# ভূমিকা

**ভাৰতৰ শিক্ষা-সংস্কৃতিৰ নতুন মাইলৰ খুঁটি : ১৭৯৩ আৰু ১৮১৩ :**

ব্ৰিটিশ ভাৰতৰ শিক্ষা, সংস্কৃতি, ভাষা-সাহিত্যৰ ক্ষেত্ৰত অষ্টাদশ শতিকাৰ অন্তভাগৰ ১৭৯৩ আৰু ঊনবিংশ শতিকাৰ প্ৰাৰম্ভৰ ১৮১৩ চন দুটা বিশেষ অৰ্থপূৰ্ণ বছৰ। এই সময়ত অসম ইংৰাজ-ৰাজৰ বক-পেটত সোমোৱা নাছিল আৰু সেই ঘটনাৰ উমঘামো দেখা দিছিল বুলি ক'ব নোৱাৰি। তথাপি ১৭৯৩ আৰু ১৮১৩ৰ সাৰ্থকতাপূৰ্ণ ঘটনাই কালক্ৰমত অসমক স্পৰ্শ নকৰাকৈ নেৰিছিল। ১৮১৩ চনৰ চাৰ্টাৰ এক্টত ভাৰতীয়সকলৰ সুখ-সমৃদ্ধি বৃদ্ধি কৰা, সিসকলৰ মাজত ব্যৱহাৰিক জ্ঞান বিস্তাৰ কৰা আৰু ধৰ্মসম্পৰ্কীয় আৰু নৈতিক উন্নয়নৰ ব্যৱস্থা কৰাটো ইংলেণ্ডৰ কৰ্তব্য সাব্যস্ত কৰি ভাৰতলৈ ধৰ্মপ্ৰচাৰক আৰু শিক্ষক পঠোৱাটো কোৰ্ট অৱ ডাইৰেক্টৰ্ছৰ কৰ্মৰ ভিতৰত ধৰি বিধিবদ্ধ কৰা হ'ল। ১৭৯৩ চনৰ চাৰ্টাৰ এক্টত এনে এটা দফা সন্নিৱেশ কৰিবৰ কাৰণে এক পক্ষৰপৰা বৰ হুৰমুৰ লগোৱা হৈছিল; কিন্তু পাৰ্লিয়ামেণ্টে শেহান্তৰত সেই দফা অনুমোদন নকৰিলে। কিন্তু সেই বছৰতে "খ্ৰীষ্টৰ শুভবাৰ্তা সমস্ত মানৱ জাতিৰ মাজত খ্ৰীষ্টিয়ানসকলে হাতে-কামে প্ৰচাৰ কৰাৰ প্ৰস্তাৱ দাঙি ধৰা কি আমেৰিকা কি ইউৰোপৰ প্ৰথম এংগ্লো-চেক্সন্ প্ৰোটেষ্টাণ্ট" উইলিয়াম কেৰি কলিকতা পালেহি। তেওঁ ঠিক তাৰ আগৰ বছৰহে এক পুস্তিকা প্ৰকাশ-প্ৰচাৰ কৰিছিল—*The Enquiry into the Obligations of Christians to Use Means for the Conversion of the Heathens*. সেই বছৰৰ অক্টোবৰৰ ২ তাৰিখে ইংলেণ্ডৰ কেটেৰিং বোলা ঠাইত গোটেইকজন ব্ৰিটিশ বেপ্টিষ্ট মিছনেৰি লোক একেলগ হৈ বিদেশত ধৰ্ম প্ৰচাৰ কৰা সমাজ-গঠনৰ কথা আলোচনা কৰিছিল; তাতে আগ বয়সত মুচিৰ কাম কৰি জীৱন নিৰ্বাহ কৰা একনিষ্ঠ-ধৰ্মীয়া উইলিয়াম কেৰিয়ে সংগীসকলক উপস্থিত কৰ্তব্যলৈ প্ৰত্যাহ্বান জনায়। তেওঁৰ প্ৰত্যাহ্বান গ্ৰহণ কৰি তেওঁৰ পুস্তিকাৰ বক্তব্য মৰ্মে সেই সভাখনতে Baptist Society for the Propagation of the Gospel amongst the Heathen প্ৰতিষ্ঠা কৰা হ'ল। দান-বৰঙণিও লগে লগে তোলা আৰম্ভ হ'ল। ১৭৯৩ৰ ৯ জানুৱাৰী তাৰিখে প্ৰথম মিছনেৰিও নিয়োগ কৰা হ'ল। ইতিপূৰ্বেই বংগদেশত ব্ৰিটিশ চাৰ্জন-ৰূপে কাম কৰা জন্ টমাছ নতুন সমাজৰ কামলৈ আগ বাঢ়ি অহাত তেওঁক লোৱা হ'ল: আৰু একেবাৰেই প্ৰথমজন হ'বলৈ আশা কৰা উইলিয়াম কেৰিকো টমাছৰ লগতে কামত দিয়া হ'ল। কিন্তু কেৰি-টমাছ কলিকতা পোৱাৰ আগতে বংগ চৰকাৰে কোম্পানিৰ ৰাজ্যত ধৰ্মপ্ৰচাৰ কৰিবলৈ নিদিয়া নিয়ম ঘোষণা কৰি থৈ আছে। কলিকতাত ঠাঁই লাভ কৰিব নোৱাৰি দুয়োজন মিছনেৰি ডেনমাৰ্কৰ ৰজাৰ অধীনৰ, কলিকতাৰপৰা ষোল মাইলমান নিলগৰ শ্ৰীৰামপুৰত আশ্ৰয় ল'লেগৈ আৰু তাতে ডেনিছ্ গৱৰ্ণৰে তেওঁলোকক ডেনিছ নাগৰিকৰ সা-সুবিধাৰে ব্ৰিটিশৰ বিৰুদ্ধ হেঁচা-ঠেলাৰ মাজত সুৰক্ষা দান কৰিলে আৰু ভাৰতীয় ভাষাবিলাকত ধৰ্মশাস্ত্ৰ ছপাবৰ নিমিত্তে ছপাশাল পাতিবলৈও আৱশ্যকীয় অনুমতি দিলে।

ভাৰতত ধৰ্মপ্ৰচাৰৰ প্ৰতি ব্ৰিটিশ চৰকাৰৰ বিৰূপ মনোভাৱ নানা ঐতিহাসিক কাৰণত গঠিত হৈছিল। এই দেশৰ শিক্ষা আৰু ধৰ্মৰ ক্ষেত্ৰত কি নীতি অৱলম্বন কৰিব লাগে, সেই লৈ নানা বাদ-বিসম্বাদৰ সৃষ্টি হৈছিল বিলাতত। ছাৰ চাৰ্লছ্ উইলকিন্স, ছাৰ উইলিয়াম্ জোন্স প্ৰভৃতিয়ে গোনবেপৰা সংস্কৃত সাহিত্য আৰু ভাৰতীয় সংস্কৃতিৰ সমৃদ্ধি দেখা পাইছিল, স্বীকাৰ কৰিছিল আৰু তাৰ বাৰ্তা আনক কৈছিল। উইলচন্, কোলব্ৰুক আদি প্ৰাচ্যবিদসকলে ভাৰতীয় ঐতিহ্যৰ গৌৰৱ ঘোষণা কৰিছিল। এনেভাৱে, ভাৰতৰ নিজৰ শিক্ষা-সংস্কৃতিৰ সংৰক্ষণৰ সপক্ষে এটা দৃঢ় মতবাদ গঢ় লৈ উঠিল। দ্বিতীয় পক্ষত আকৌ উদাৰপন্থী

সেই দিনত (যোৱা শতিকাৰ প্ৰথম দশকত) প্ৰবল প্ৰতাপেৰে চলি থকা আহোম ৰাজ্যৰ মানৰ্বিজয়কালৰ বেচেৰা বাবুগটিক কোনে কেনেকৈনো থাপ মাৰি চিলনীৰ দৰে উটুৱাই নিলে !! "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী"ত (১৯৩৭) ডিম্বেশ্বৰ নেওগে লেখিছিল, "কোনো কোনোৰ মতে ১৮১১ সনতে নগাঁও কলিয়াবৰৰ ৺আত্মাৰাম শৰ্মাই এই ভাঙনী কৰিছিল। উক্ত পুথিত এই বিষয়ে একো সন্ধান পোৱা নগ'ল।" সেয়েহেতো আচল কথা। আন কোনো অভিলেখেই নাই। কেনেকৈ কোৱা যায়, আত্মাৰামে অনুবাদকৰ্মটি কৰিছিল? তেওঁ কোন জাতৰ কলিকতীয়া মানুহ বিয়া কৰিছিল? এক 'খৰকতে' শৰ্মাত বৰুৱাৰ বংশ-পুৰোহিত তেওঁ কলিয়াবৰলৈ ঘূৰি আহিছিল। হয়নে? তেওঁৰ জাতান্তৰ ঘটিছিলনেকি নে মনোহৰে বিশ্বকৰ্মাৰ মূৰ্তিটিৰ তলত বহি আখৰ কটা-ঢলাৰ দৰে আত্মাৰামেও ইটো মেচকে জপি ছপাখানাৰ কাম কৰিছিল?

ড° উইলিয়াম কেৰীয়েইবা কোনোদিনে চল্-কৰ্ নথকা অসমীয়া ভাষাত ভাঙনি কৰিব পাৰিলে কেনেকৈ? তেওঁ বঙলা আৰু সংস্কৃতৰ বাহিৰে অসমীয়া আদি আন অনুবাদবিলাকৰ কাম কি পদ্ধতিত কেনেকৈ পৰিচালনা কৰিছিল, তাৰ আভাস জৰ্জ স্মিথে লেখা উইলিয়াম কেৰীৰ জীৱনীৰপৰা (*Life of William Carey, Shoemaker and Missionary*, London, 1913) পাব পাৰি। স্মিথে ওড়িয়া বাইবেল ভাঙনিৰ কথা লৈ লেখিছে "The Ooriya version was almost the first to be undertaken after the Bengali. ...The chief pundit, Mrityunjaya, skilled in both the dialects, first adapted the Bengali version to the language of the Ooriyas, which was his own. Carey then took the manuscript, compared it with the original Greek, and corrected it verse by verse." শ্ৰীৰামপুৰীয়া অসমীয়া অনুবাদটি পঢ়িলে আৰু কেৰীৰ বঙলা সংস্কৰণৰ লগত তাক ৰিজাই গ'লে অসমীয়া "ধৰ্মপুস্তক" দুই ভাগৰ ক্ষেত্ৰতো একে পদ্ধতিকে অৱলম্বন কৰা বুলি সহজে অনুমান হ'ব। অসমীয়া আৰু বঙলাৰ বিদ্যাৰ বাহিৰে আত্মাৰামৰ আন ভাষাৰ জ্ঞান থকাৰ কোনো প্ৰমাণ-পত্ৰ আমাৰ হাতত নাই। তেওঁৰ অসমীয়া ভাঙনিও যে কেৰীৰ বঙলা অনুবাদৰ অনুগত ছায়াহে, তাক বুজিবলৈ সৰহ কথা নালাগে। কেৰীয়েও সম্ভৱতঃ তেওঁৰ আহিৰপৰা সেই ভাঙনি আঁতৰিবলৈ কুবুং-কাবাং কৰিলেই তাক মোকটা মাৰি ধৰি ৰাখিছিল। অসমৰপৰা গৈ কলিকতাত 'ছাপাখানাৰ পণ্ডিত' হ'ব পৰাকৈ আৰু পিছত তাতে বিয়া-বাৰুও কৰিব পৰাকৈ থাকিবলৈ লোৱা অসমীয়া মানুহ এজনৰ পক্ষে বঙলা ভাষাৰ দৰে ওচৰ-চুবুৰীয়া এটা ভাষা আয়ত্ত কৰাটো বোধ হয় অতি সহজ, স্বাভাৱিক আৰু সততে কামত-লগা কাৰ্য। উপৰ্যুক্ত পদ্ধতিত কাম কৰা মৃত্যুঞ্জয়েই বা আত্মাৰামেই ইংৰাজী, গ্ৰীক, হিব্ৰু আদিৰ বোজা বোৱাৰ কোনো প্ৰয়োজন নাছিল। আনফালে, কেৰীয়ে যে অসমীয়া ভাষা আয়ত্ত কৰিছিল, বাইবেলখনৰ বাহিৰে তাৰ প্ৰত্যক্ষ প্ৰমাণৰ অভাৱ। কিন্তু ভাষা শিকা বিষয়ত তেওঁ অদ্ভুতকৰ্মা। তেওঁতো সংস্কৃত আৰু বঙলাৰ অধ্যাপকেই হৈছিল। ২২ জানুৱাৰী ১৮০৮ তাৰিখে ড° ৰাইলেও নামৰ এজন হিব্ৰু আৰু বাইবেলৰ শাস্ত্ৰৰ বিশেষজ্ঞ পণ্ডিতলৈ এখন চিঠিত তেওঁ ভাৰতীয় ভাষা শিকা সম্বন্ধে লেখিছিল, "The necessity which lies upon me of acquiring so many languages, obliges me to study and write out the grammar of each of them, and to attend closely to their irregularities and peculiarities. I have, therefore, already published grammars of three of them; namely, the Sanskrit, the Bengali, and the Mahratta. To these I have resolved to add grammars of the Telinga, Kurnata, Orissa, Punjabi, Kashmeeri, Goojarati, Nepalese, and Assam languages. Two of these are now in the press, and I hope to have two or three more of them out by the end of the next year. ...This may not only be useful in the way I have stated, but may serve to furnish an

answer to a query which has been more than once repeated, 'How can these men translate into so great a number of languages?' Few people know what may be done till they try, and persevere in what they undertake."" ১৮০৮ত এই চিঠি লেখালৈ চাই তাৰ কিছু পূৰ্বেই কেৰীৰ অসমীয়া শিকা, বাইবেলৰ অসমীয়া অনুবাদ আৰম্ভ কৰা আৰু আত্মাৰামৰো কলিকতা-প্ৰৱেশ হোৱা বুলি ভাবিব পাৰি। কেৰীৰ অসমীয়া ব্যাকৰণ নোলাল. বোধ কৰোঁ লেখাও নহ'ল আৰু তেওঁৰ পৰিবৰ্তে তেওঁৰ উদ্ৰেকত উইলিয়াম ৰবিনছনেহে Grammar of the Assamese Language (১৮৩৯) লেখি প্ৰকাশ কৰে। বোধ হয় ৰবিনছনৰ দৰে কেৰীয়েও অসমীয়া ভাষাক বঙলাৰপৰা স্বতন্ত্ৰ জ্ঞান নকৰিছিল। তেওঁৰে পোনতে অলিখিতভাৱে হ'লেও অসমীয়া ব্যাকৰণৰ বিশ্লেষণ কৰি ভাষাটো শিকিছিল, এই চিঠিখনত তাৰ ইংগিত ৰৈছে। মুঠতে, কেৰীৰ অদ্ভুত ভাষা-আয়ত্ত-শক্তি আৰু বিচক্ষণ বুদ্ধি-পদ্ধতিৰ গুণে অসমীয়া আদি কেইবাটাও ভাৰতীয় ভাষাত বাইবেল প্ৰস্তুত হৈ উঠিল।

১৮১২ৰ ১১ মাৰ্চ তাৰিখে কেৰী কলিকতাত ফোর্ট উইলিয়াম কলেজৰ কামত গৈ ব্যাপৃত থকাত সেই নিশা শ্ৰীৰামপুৰত মিছনৰ ঘৰত জুই লাগে আৰু প্ৰস্তুত বাইবেলৰ অনুবাদবিলাক ভস্মীভূত হয়। তেওঁ কলিকতাৰপৰা ঘূৰি আহি ইমান দিনৰ ইমান জনৰ ইমান কষ্টৰ কাম নষ্ট হোৱাত দুখ পালে, হয়। কিন্তু তাত নিৰুৎসাহ নহৈ আগতে নিজ হাতে কাটি-কুটি সম্পাদন কৰা অনুবাদ পুনৰ প্ৰস্তুত কৰা আৰু ছপা কৰা কামত তেওঁ প্ৰবৃত্ত হয়। আগ্নেয় দুৰ্ঘটনাটোৰ ঠিক পিছতে ২৫ মাৰ্চ তাৰিখে লেখা এখন চিঠিত তেওঁ কৈছিল. "The ground must be trodden again, but no delay in printing need arise from that. The translations are all written out first by pundits in the different languages, except the Sanskrit which is dictated by me to an amanuensis. The Sikh, Mahratta, Hindoostani, Orissa, Telinga, Assam, and Kurnata are re-translating in rough by pundits who have been long accustomed to their work and have gone over the ground before. I follow them in revise, the chief part of which is done as the sheets pass through the press, and is by far the heaviest part of the work."

১৮১৩ চনত অসমীয়া প্ৰথম ছপা কিতাপ শ্ৰীৰামপুৰীয়া বাইবেলৰ নতুন নিয়ম (ধৰ্ম্মপুস্তক অন্তভাগ) প্ৰকাশ পালে আৰু কুৰি বছৰৰ মূৰত ওলাল বাইবেলৰ পুৰণি ভাগ। ১৮১৩ৰ অসমীয়া নিউ টেস্টামেণ্টৰ নাম-পাতৰ কথা :

> *ঈশ্বৰৰ সৰ্ব্ব বাক্য। —/ বিশেষত মানুষ্যৰ ত্ৰৰণৰে আৰু কাৰ্য্য সাধনৰে অৰ্থে/ ঈশ্বৰে যিহক প্ৰেৰিত কৰিছে। / সেয়েই / ধৰ্ম্মপুস্তক / তাৰে অন্তভাগ / সেয়ে আমাৰ প্ৰভুৰ ত্ৰৰণ কৰোঁতা যিশু খ্ৰীষ্টৰ / শুভবাৰ্ত্তা। / গ্ৰীক ভাষাৰপৰা তৰ্জ্জমা হল। / শ্ৰীৰামপুৰং ছাপ মাৰিলে। / ইংৰাজী ১৮১৩ শক।*

১৮৩৩ৰ অসমীয়া ওল্ড টেস্টামেণ্টৰ শীৰ্ষ-পত্ৰ এনে :

> THE / HOLY BIBLE / TRANSLATED FROM / THE ORIGINAL TONGUES / INTO / THE ASSAMESE LANGUAGE / BY SERAMPORE MISSIONARIES. / *ধৰ্ম্মপুস্তক / আদিৎ যি যি মাতেৰে লিখিত আছিল তাৰপৰা / অহমীয়া মাতেৰে তৰ্জ্জমা কৰা হল। / শ্ৰীৰামপুৰং ছাপ দিলে। / ১৮৩৩। /* SERAMPORE PRESS. / 1833.

১৮১৩ খ্ৰীষ্টাব্দৰ "ধৰ্মপুস্তকে"ই প্ৰথম অসমীয়া ছপা পুথি। সেইখন উলিয়াই উইলিয়াম কেৰীয়ে অসমত খ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰাৰ আশা মনতে পুহিছিল। তেতিয়াও কিন্তু অসমত আহোম শাসন চলি আছিল। ১৮২৬ চনত প্ৰদেশখন ব্ৰিটিশৰ হাতলৈ গ'ল। ১৮৩৩ৰ অসমীয়া ওল্ড টেষ্টামেণ্ট প্ৰকাশ কৰাৰ পূৰ্বেই কেৰীয়ে অসমৰ প্ৰথম মিছনেৰি-ৰূপে ৰে (Mr Rae) নামে এজন প্ৰবীণ সৈনিকক

which in every part of the world has appeared to require the united improvements of different projectors, and the gradual polish of successive ages." উইলকিন্সে অকলশৰীয়া পৰিশ্ৰমৰ জৰিয়তে তেওঁৰ মনীষা আৰু আত্মপ্ৰয়োগ জনিত লগাই অভূতপূৰ্ব মাত্ৰাৰ "perfection"এৰে যি বঙলা ফাউণ্ট নিৰ্মাণ কৰিলে, তাতো হয়তো "gradual polish of successive age"ৰ প্ৰয়োজন থাকিল। কিন্তু তেওঁৰ কৃতকাৰ্যতা পূৰ্ব ভাৰতৰ তথা অন্য ভাৰতৰ সংস্কৃতিৰ নৱবিকাশৰ যে এটি প্ৰধান সোপান হ'ল, সেইটি উপলব্ধি কৰিব পাৰি। যিদিনাখন হুগলি চহৰত প্ৰতিষ্ঠিত ছপাখানাৰপৰা হালহেডৰ ৰোমান-বঙলা আখৰৰ কিতাপখন ওলাল, সেইদিনা কোনেও কাৰো কাণত ফুচফুচাই নক'লেও, কোনেও নিজ মনতে নুগুণিলেও, আধুনিকতাৰ ফাললৈ অসমীয়ায়ো এখোজ পেলালে। উইলকিন্সে ছপাখানাৰ বাবে বঙলা আখৰৰ বাবে যি আউল গুচালে, সেই আউল লগে লগে অসমীয়া কিতাপৰ ছপা হৰফৰ বাবেও গুচিল।

হালহেডৰ ব্যাকৰণৰ পিছত সাত বছৰ ছপাৰ হৰফৰ কোনো উন্নতি নোহোৱাকৈ ১৭৮৫ত কোম্পানিৰ ছপাখানাৰপৰা জোনাথান ডানকানৰ দ্বাৰা কৃত ছাৰ ইলাইজা ইম্পেৰ সংগৃহীত ইংৰাজী ব্যৱস্থাবোৰৰ (Regulations) অনুবাদ ছপা হৈ ওলায়। ১৭৯১-৯২ত এন্. বি. এড্মণ্টনৰ ব্যৱস্থা (Regulations) কেইবাখনো ছপা হয়। ১৭৯৩ত হেন্ৰি পিট্‌ছ ফৰ্ষ্টাৰৰ দ্বাৰা কৰ্নৱালিছৰ ব্যৱস্থাৰ (Code) অনুবাদ আৰু "ইঙ্গৰাজি ও বাঙ্গালি বোকেবিলরি" প্ৰকাশিত হয়। ফৰ্ষ্টাৰৰ অনুবাদৰ বাবে আৱশ্যকীয় বোধ হোৱা আখৰৰ এক 'তাঁবা' উইলকিন্সৰপৰা শিকা লোৱা পঞ্চানন কৰ্মকাৰ নামে ত্ৰিবেণী বোলা ঠাইৰ এজন কমাৰে নিৰ্মাণ কৰি সেই আখৰ প্ৰস্তুত কৰে; তাক সকলোৱে উৎকৃষ্ট বুলি প্ৰশংসা কৰে। এই আখৰ হ'ল হালহেডৰ ব্যাকৰণৰ আখৰতকৈ দেখাতে অধিক সুন্দৰ। ১৭৯৮ চনতো কলিকতাত উইলকিন্সৰ 'একটি অক্ষর-ঢালাইয়ের কারখানা'(letter foundry)ত শিক্ষিত লোকে আখৰ কটাৰ বিদ্যা শিকিছিল।

যি সময়ত কেৰিৰ ব্যাকৰণৰ কামত লগাৰ পৰাকৈ পৱিত্ৰ দেৱনাগৰী হৰফৰ ফাউণ্টৰ বাবে আৰু বঙলাৰ বাদে যিবোৰ ভাৰতীয় ভাষা তেতিয়া ছপালৈ অহা নাছিল সিহঁতৰ ফাউণ্টৰ বাবে তেওঁৰ মন হাহাকাৰ কৰি উঠিছিল, সেই সময়তে পঞ্চানন কৰ্মকাৰ শ্ৰীৰামপুৰত কামত যোগ দিলেহি। অৱশ্যে তেওঁ কেনেকৈ কেৰিৰ হাতত পৰিল, আৰু তেওঁক লৈ কোলব্ৰুক আৰু কেৰিৰ মাজত আৰু শেহন্তত ডেনিছ ছৰকাৰ আৰু কলিকতা প্ৰশাসনৰ মাজত কিয় বিৱাদ সংঘটিত হৈছিল, সেই কথা ইয়াত আৰু আলোচনা নকৰো। ১৮০৩-০৪ত কেৰিৰ তত্ত্বাৱধানত পঞ্চাননে দেৱনাগৰী হৰফৰ ফাউণ্ট তৈয়াৰ কৰে আৰু নতুন বঙলা ফাউণ্টো প্ৰস্তুত কৰে। বঙলা নিউ টেস্টামেণ্টৰ প্ৰথম সংস্কৰণ যি আখৰত ছপা হৈছিল তাতকৈ এতিয়াৰ ফাউণ্টৰ নতুন আখৰবোৰ আকাৰত সৰু আৰু দেখিবলৈও বৰ্হি সুন্দৰ। ১৮০৩ত নিউ টেস্টামেণ্টৰ দ্বিতীয় সংস্কৰণ ছপা হ'বলৈ আৰম্ভ হয়। শ্ৰীৰামপুৰত তিনি বছৰমান কাম কৰাৰ পিছতে পঞ্চানন মৰে আৰু তেওঁৰ কামৰ ভাৰ তেওঁৰ দ্বাৰা প্ৰশিক্ষিত তেওঁৰ জোঁৱায়েক মনোহৰ আৰু আনসকলৰ ওপৰত পৰে।

কিছু বছৰৰ পিছত *The Friend of India* কাগজে ভাৰতীয় মুদ্ৰণকলাৰ পথ-প্ৰদৰ্শক উইলকিন্স্ আৰু পঞ্চাননৰ কথা শ্ৰদ্ধাৰে সোঁৱৰে। প্ৰথমজনৰ বিষয়ে কাকতখনে কৈছিল যে "he (Wilkins) originated the models, prepared the materials and shared the manual labour with the native assistants while he directed their operations. To this fount of Bengalee types, he added others in the Nagree and Persian characters : and thus completely opened the way for the ultimate diffusion of knowledge throughout India" ( জুলাই ১৮১৮ ). এই কথা যোগ নিদিলেও হ'ব যে তেওঁ সংস্কৃতৰ পণ্ডিত আছিল আৰু "শ্ৰীমদ্ভগৱদ্গীতা"ৰ প্ৰথম ইংৰাজী অনুবাদ লেখি প্ৰকাশ কৰিছিল। পঞ্চাননৰ বিষয়ে : তেওঁ আছিল "one of the very few men who had assisted Wilkins in the fabrication of his types, applied to

**the missionaries at Serampore where they had resided only for a few months ; and though he died in about three years, it was not till he had instructed a sufficient number of his own countrymen in the art ; who, in the course of eighteen years, have prepared founts of types in fourteen Indian alphabets** (জুলাই ১৮১৮). এয়ে খণ্ডমূলভাৱে বঙলা আৰু আন ভাৰতীয় ভাষাৰ ছপাশাল আৰু ছপা আখৰৰ ফাউণ্ট্ৰৰ আদিম ইতিহাস।[১] গুণাভিৰাম বৰুৱাই আমাৰ আত্মাৰাম শৰ্মাক 'ছপাখানাৰ পণ্ডিত' বুলিছে, কিন্তু কেতিয়াৰপৰা ক'ত তেওঁ এই পাণ্ডিত্য আহৰণ কৰিলে আমাৰ জনা নাই। পঞ্চাননৰ দলত যদি তেওঁ যোগ দিছিল, তাত আচৰিত মানিব লগা একো নহ'ব। শ্ৰীৰামপুৰত বঙলা ফাউণ্টৰ লগতে অন্ততঃ সংপৰীক্ষাৰ বৃপত অসমীয়া আখৰ, বিশেষকৈ যুক্তাক্ষৰ দুই-এটা নিশ্চয় কটা বা ঢলা হৈছিল ; আৰু যদি হৈছিল, আত্মাৰামেই সেইবোৰ লৈ দেখুওৱাটো অসম্ভৱ কথা নহয়। কিন্তু অতি সোনকালেই কলিকতাই অসমীয়া সুকীয়া ফাউণ্ট নকৰি বা দুই-এটাও অসমীয়া আখৰ নাঢালি বঙলা ফাউণ্ডৰেই সেই কাম আগুৱাটো কৰি পেলালে।

অসমৰ উত্তৰ-পূব চুকত খান মিছন চলাবলৈ নাথান ব্ৰাউনে বৰ্মা এৰি কলিকতালৈ আহি লগত এটা ছাপাখানা আৰু ও. টি. কট্ৰাৰ নামে প্ৰিন্টাৰক লগত লৈ ১২ নৱেম্বৰ ১৮৩৫ত বঙালী মাঝিৰ নাৱেৰে উজাই যাত্ৰা কৰি ২৩ মাৰ্চ ১৮৩৬ত সদিয়া পায়হি। তেওঁলোকে লগত বঙলা ফাউণ্ট, ইংৰাজী ফাউণ্ট কঢ়িয়াই আনিছিল। অসমত ছপাশাল এয়ে প্ৰথম হ'ল। ব্ৰাউন-কট্ৰাৰ সদিয়া এৰি জয়পুৰলৈ আহোঁতে লগতে ছপাখানাও আহিল আৰু শেহত যেতিয়া তেওঁলোকৰ ঠাই হ'ল শিৱসাগৰ নগৰ, তেতিয়া দিখৌৰ পাৰৰ কেন্টনমেন্টৰ ঠাইত বিখ্যাত শিৱসাগৰ বেপ্টিস্ট মিছন প্ৰেছ প্ৰতিষ্ঠিত হ'ল। আমাৰ ল'ৰাকালত এই প্ৰেছৰ ঠাই লোকে আঙুলিয়াই দেখুৱাইছিল ; কিন্তু কিছু দিন পিছত সেই ঠাই দিখৌৱে খহালে : তাৰ নাতিদূৰৰ খ্ৰীস্টিয়ান মৰিশালি মাথোন আছে। এই ঠাইত দুটা মুদ্ৰাযন্ত্ৰ আছিল বুলি জনা যায় ; তাৰে এটা ১৮৮২ত ই. ডব্লিউ. ক্লাৰ্কে তুলি নি নগাপৰ্বতৰ মলুঙত পাতিছিলগৈ আৰু আনটো সেই বছৰৰ শেহৰ ফালে নাজিৰাৰ আসাম কোম্পানিক বেচি দিয়া হৈছিল। উল্লেখ আছে যে জেনকিন্সে ছাহাবে পোনতেই ব্ৰাউন-কট্ৰাৰৰ ছপাখানাক এক বঙলা ফাউণ্ট দান কৰে। কলিকতাৰপৰা নাৱেৰেও ছপাৰ আখৰৰ টোপোলা শিৱসাগৰৰ ছপাশাললৈ অনা হৈছিল। ১৮৪৭ ছেপ্টেম্বৰৰ 'অৰুনোদই' কাকতে দুখ কৰিছে : 'চপাখানাৰ আখৰ অনা নাও এখন কলিকতা মাৰ্চ মাহত এৰি, চাৰি মাহ মানৰ মুৰতহে গুআহাটি পালেহি, আৰু গুআহাটিৰ পৰা বৰ্তমান মাহৰ ৩০ তাৰিখলৈকে শিৱসাগৰ পোআই নাই।' শিৱসাগৰৰ মিছন প্ৰেছত ফাউণ্ডৰে কাম দেখি দয়াৰাম চেটিয়াইতো তাজ্জুপ মানিছিল, 'আখৰ ঢলোআ যন্ত্ৰ অতি আচৰিত ; তাহাৰ ভিতৰে হই আখৰ তুৰিত' (ফেব্ৰুআৰি ১৮৫৩)। যেন কোন বিধি কৰি দিলে জন্ম নিৰুপন !'

**অসমত খ্ৰীষ্টধৰ্ম-প্ৰচাৰৰ প্ৰথম প্ৰচেষ্টা :**

অসমৰ প্ৰথম খ্ৰীস্টিয়ান মিছনেৰি যে সম্পৰ্কে এটি বিৱৰণত তেওঁক স্কট নুবুলি ইংৰাজ বোলা হৈছে। পূৰা নামটি হ'ল জেমছ ৰে। তেওঁ সৈনিক-ৰূপে ভাৰতবৰ্ষলৈ আহিলেও ছৰকাৰৰ পূৰ্ত বিভাগৰ ছুপাৰিণ্টেণ্ডেণ্ট হিছাপে কাম কৰিছিল কেইবছৰমান। তেওঁ ঢাকাত থকাতে ধৰ্মৰ প্ৰতি তেওঁৰ ধাউতি হয় আৰু ১৮২৭-২৮ ছনত মিছনেৰি কৰ্মত ভৰ্তি হ'বৰ অৰ্থে শ্ৰীৰামপুৰ কলেজত আৱশ্যকীয় কিছু শিক্ষা লাভ কৰে। তাতে তেওঁ ধৰ্মপ্ৰচাৰৰ আজ্ঞা লাভ কৰে আৰু ১৮২৯ৰ জুলাই মাহত পত্নী আৰু কম-বয়সীয়া সন্তান এটিৰে গুৱাহাটীলৈ যাত্ৰা কৰে। "অৰুনোদই"ৰ ছেপ্টেম্বৰ ১৮৫৪ৰ সংখ্যাত 'কৃষ্ণ পাল নামে প্ৰথম হিন্দু খ্ৰিষ্টিয়ানৰ বিৱৰণ' প্ৰকাশ পাইছিল। এই কৃষ্ণচন্দ্ৰ পাল হ'ল ড' কেৰিৰ দ্বাৰা ধৰ্মান্তৰিত প্ৰথম

[১] এই বুৰঞ্জী আঁচিৰাওঁতে জৰ্জ স্মিথৰ কেৰি-জীৱনী, জে. চি. মাৰ্শমেনৰ *The Life and Times of Carey, Marshman and Ward* (১৮৫৯), ব্ৰজেন্দ্ৰনাথ বন্দ্যোপাধ্যায়ৰ 'বাংলা ছাপার হরফের জন্মকথা' প্ৰবন্ধ (ভাৰতবৰ্ষ, ২৫ বৰ্ষ, ১ খণ্ড, ১ সংখ্যা, আষাঢ় ১৩৪০, পৃষ্ঠা ৬০-৬৫) আদিত আউজিব লাগিছিল।

কৰে। আমেৰিকালৈ ঘূৰি গৈ বাইচে দেশত মিছনেৰি কাৰ্যৰ বাবে সহায়-সহযোগ আগ বঢ়াবলৈ ধৰে।

১৮৩০ চনৰপৰা অধিকতৰভাৱে আমেৰিকাৰপৰা ভাৰতলৈ মিছনেৰি আহিবলৈ ধৰে। ১৮৩০ চনত প্ৰেছ্‌বিটেৰিয়ান্‌ সম্প্ৰদায়ৰ দুজন প্ৰতিনিধি ভাৰতলৈ আহি পঞ্জাবত ধৰ্মপ্ৰচাৰ আৰু ইংৰাজী-শিক্ষা-বিস্তাৰত ব্ৰতী হয়। ১৮৭০ চনৰ ভিতৰত পূৰৰ এলাহাবাদৰপৰা পশ্চিমৰ পেচাৱাৰলৈকে তেওঁলোকৰ বহুতোৰোৰ মিছন-কেন্দ্ৰ প্ৰতিষ্ঠিত হয়। ১৮৪০ চনত আমেৰিকান বেপ্টিষ্টসকলে তেওঁলোকৰ মাদ্ৰাজৰ (এতিয়া অন্ধ্ৰ প্ৰদেশৰ) নীলুৰত আৰু পিছৰ বছৰত আমেৰিকান লুথেৰান্‌সকলে একে প্ৰদেশৰ গুণ্টুৰত মিছন পাতি লহে। ১৮৫৪ৰ চিপাহী বিদ্ৰোহৰ আগে আগে মেথডিষ্ট এপিস্কোপেল্‌ চাৰ্চৰ পক্ষৰপৰা বেৰেইলীত ধৰ্মকেন্দ্ৰ প্ৰতিষ্ঠা কৰা হয়; চিপাহী বিদ্ৰোহৰ কালত তেওঁলোকৰ কাম প্ৰায় বন্ধ হ'লেও শান্তি আহিলত বৰ্তমান উত্তৰ প্ৰদেশৰ বহুতোৰোৰ গুৰুত্বপূৰ্ণ কেন্দ্ৰত মেথডিষ্টৰ প্ৰচাৰ হ'বলৈ ধৰে। আমেৰিকাৰ ইউনিটেৰিয়ানসকল ভাৰতৰ প্ৰতি আকৃষ্ট হৈছিল বিশেষকৈ ৰাজা ৰামমোহন ৰায়ৰ কাৰ্য-কলাপৰ কথা পঢ়ি: তেওঁলোকৰ এজন মিছনেৰি আহি কলিকতাত ১৮৫৫-৮৬ চনৰ কালছোৱা শিক্ষা আৰু ধৰ্মৰ কামত প্ৰবৃত্ত থাকে: শেহত তেওঁলোকৰ মিছন ব্ৰাহ্ম সমাজ আন্দোলনত লীন হৈ পৰে। এইদৰে ১৮১৩ৰপৰা আধা শতিকাৰ ভিতৰত আমেৰিকাৰ প্ৰোটেষ্টাণ্টসকল বোম্বাই, মাদ্ৰাজ দুই প্ৰেছিডেন্সি, পঞ্জাব, উত্তৰ প্ৰদেশ, তেতিয়াৰ উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু অসমত প্ৰধানকৈ আৰু অন্যত্ৰ বহলভাৱে বিয়পি পৰে।

**চীন দেশৰ দুৱাৰ আৰু শ্বানসকলৰ অৱস্থিতিৰ অনুসন্ধানত অসমত বেপ্টিষ্টসকল:**
**সদিয়াত শ্বান মিছন:**

১৮৩৬ৰ ২৩ মাৰ্চ তাৰিখে সপৰিবাৰে দুজন আমেৰিকান বেপ্টিষ্ট সদিয়া পায়হি—ডক্টৰ নাথান ব্ৰাউন (ব্ৰাওন—'অৰুনোদই') আৰু ওলিভাৰ টি. কট্ৰাৰ। অসমত এই বেপ্টিষ্টসকলৰ ইতিহাসলৈ যদি চাওঁ—কেনেকৈ তেওঁলোকে অসমীয়াৰ মাজত সোমাই অসমীয়া ভাষা শিকি, সেই আধুনিক ভাষাত সাহিত্য, সাংবাদিকতা আৰু শিক্ষা নিৰ্মাণ কৰিলে: কেনেকৈ তেওঁলোকে শিক্ষাৰ আৰু প্ৰাশাসনিক ভাষা-ৰূপে বহিষ্কৃত অসমীয়া ভাষাৰ হকে পোনতে অকলশৰীয়া ঢেকিয়াল ফুকনেৰে লগ লাগি, আৰু ফুকনৰ পৰিকল্পিত চেষ্টা আৰু মিলচ্‌ চাহাবৰ কৰ্তৃত্বপূৰ্ণ অনুমোদন বিফলীকৃত হোৱাৰ পিছত এক আন্দোলনৰ মুখ্য নেতাৰ ভূমিকা লৈ ভাষাটোৰ পুনঃসংস্থাপনৰ বাবে যুঁজিছিল আৰু সিবাবহে যুদ্ধত জয় লাভ কৰিছিল—: তেতিয়া হ'লে এইটো ৰহস্যজনক কথা হৈ পৰিব যে Celestial Empire বেহ বা চীনদেশত ধৰ্মপ্ৰচাৰ প্ৰৱেশ কৰাৰৰ উপায়-ৰূপে আৰু উত্তৰ বৰ্মা আৰু দক্ষিণ চীনৰ শ্বান জনজাতিসকলৰ মাজত গৈ সোমাবৰ পথ-ৰূপেহে অসমলৈ বেপ্টিষ্ট মিছন্‌ আহিছিল আৰু, আন কি, সেই মিছনক Mission to Shans বুলি নামকৰণ কৰা হৈছিল।[1] তেওঁলোকৰ অসম-আগমনৰ ফলদৃষ্টিৰপৰা কিন্তু আমাৰ সদায় ভাব হৈ আহিছে অসমীয়া ভাষাৰ পৰিত্ৰাণৰ মাধ্যম সেই মিছনক সিবিলাকৰ ঈশ্বৰে যেন প্ৰেৰণ কৰিছিল। প্ৰকৃততে এই আগমন কেইবাটাও সম্-বৰ ঐতিহাসিক ঘটনাৰ ফল। ১৮২১ চনত ব্ৰিটিশ বেপ্টিষ্টসকলে তেওঁলোকৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ মুখ্য আবুত ডেভিড্‌ ৰুটৰ অনুমতিৰে গুৱাহাটীত যি কাম আৰম্ভ কৰিছিল, সি লেনাই-খেদাই আঠ বছৰেই চলিল কি নচলিল! সিও কলৰ ফলত বাখি থৈ গ'ল এক ব্যৰ্থতাৰ শূন্য! তাৰপৰা বোধ হয় সকলোৰে অনুমান হ'ল অসমীয়াৰ মাজত খ্ৰীষ্টধৰ্ম নপ্ৰৱৰ্তিব। আনকালে, সদিয়াত নতুন বস্তু চাহ-বাৰী পাতি চাহ-পাতৰ খেতিত সংপৰীক্ষা চলাই থকা ব্ৰিটিশ কৰ্মচাৰী চি. এ. ব্ৰুচে আৰু তেওঁৰ পত্নীয়ে সেই অঞ্চলৰ খামটি আৰু চিংফো জনজাতিৰ বিষয়ে বিশেষ চিন্তা কৰিছিল। তেওঁলোকৰ ধাৰণা আছিল সেই

[1] এই প্ৰসংগত আমাৰ মনত আছে যে পূৰ্বৰ্তি কালত "শিটিবজৰী মুচলিম বীৰসকলে অসম ৰাজ্যক তিব্বত আৰু চীন দেশলৈ যোৱাৰ দুৱাৰ বুলি বিবেচনা কৰিছিল" আৰু সতৰ শতিকাৰ সতৰ দশকত অসম ৰাজ্য আক্ৰমণ কৰা মীৰ জুমলায়ো ভাবিছিল, অসম জয় কৰি তেওঁ চীন সাম্ৰাজ্য আক্ৰমণ কৰিব (সূৰ্যকুমাৰ ভূঞা, মীৰজুমলাৰ অসম আক্ৰমণ, ১৯৫৬, পিঠি ২২)। মন কৰিব লগীয়া যে মহম্মদ বিন কামৰূপ চেৰাই তৈৰে চীনৰ দক্ষিণৰ তিব্বত (প্ৰাচীন তোটদেশ) আক্ৰমণ কৰিছিল আৰু ভাৱনা বুলি আহোঁতেই কামৰূপত তেওঁৰ সৈন্য শাকে "কুৰুন-কুন্দেৰে মধুমাস-ত্ৰয়োদশে" (১১২৭ শকৰ ১৩ চ'তত) "ক্ষয়মায়যুঃ" (ক্ষয়প্ৰাপ্ত হ'ল)।

দুই জনজাতি বৰ্মাৰ স্থানসকলৰ মাজত বিশেষভাৱে সক্ৰিয়। বুচে সিসকলৰ মাজত পঢ়াশালি পাতি জেনো ধৰ্মও প্ৰচাৰ কৰিছিল আৰু সেই দিশত সম্ভাৱনা সম্পৰ্কে অসমত গৱৰ্ণৰ-জেনেৰেলৰ এজেণ্ট আৰু আয়ুক্ত এফ্. জেন্কিন্সে ইহাৰক সজাগ কৰি দিছিল। জেন্কিন্সে বেপ্টিষ্টসকলক খামটি-চিংফৌৰ মাজত ধৰ্ম প্ৰচাৰ কৰিবলৈ নিমন্ত্ৰণ কৰি কলিকতাত থকা বৰ্মৰ চাৰ্লছ হাডচৰ বিষ্টাৰ ট্ৰেভেলিয়ানলৈ চিঠি লেখিলে। তেওঁ ইয়াকো জনালে যে, ৰেংগুনত বেপ্টিষ্টসকলে আজা ছপাকালবোৰ বিৰোধ আহুকাল পাইছে, সেই আহুকালবোৰৰ ইয়াত মুক্ত থাকিব পাৰিব, বৰং ইয়াত ছপাকালবোৰ সুবকাকে লাভ কৰিব। তেওঁ পঢ়াই ক'লে যে ইয়ালৈ অহা মিছনেৰিৰ সুবিধাৰ কাৰণে তেওঁৰ বাবৰ ত্ৰুটি নহ'ব; "You may mention that I will subscribe 1,000 rupees, if a family is settled as a mission at Sadiya ; and whenever they have had a press at work for six months I will be happy to double that sum if I remain in charge of the province." ইংৰাজ বেপ্টিষ্ট মিছনৰ সম্পাদক উইলিয়াম এইচ্. পিয়াৰ্চে আমেৰিকাৰ বোৰ্ডলৈ জেন্কিন্সৰ এই উপযাচি দিয়া উদাৰ সহায়ৰ কথাৰে উৎসাহজনকভাৱে চিঠি দিলে। এই সময়ত ৰেংগুনৰ বেপ্টিষ্টসকল এক সমস্যা-সংকুল অৱস্থাত পৰি আছিল। তেওঁলোকে জেন্কিন্সৰ সহায় আগ বঢ়োৱা আহ্বানতে তেওঁলোকৰ সমস্যাৰ সমাধান দেখা পালে। গতিকে যেতিয়া আমেৰিকাৰ বোৰ্ডে মৌলমেইনত থকা বেপ্টিষ্টসকললৈ এই প্ৰস্তাৱৰ কথা লেখিলে, তেতিয়া তাত নতুন উদ্দীপনাৰ সঞ্চাৰ হ'ল। ১৮০৭ চনতে ৰবাৰ্ট মৰিচন নামৰ ইংৰাজ মিছনেৰি চীন দেশৰ পূব সাগৰ উপকূলস্থ কেণ্টন চহৰলৈ গৈছিল, কিন্তু চীনাসকলৰ অজস্ৰ সন্দেহৰ মাজত ধৰ্মপ্ৰচাৰ কাৰ্য কৰিব নোৱাৰিছিল। তেওঁ লেখা পুথিয়েহে পাশ্চাত্যৰ খ্ৰীষ্টিয়ানসকলৰ মাজত চীন সম্পৰ্কে আশা জাগৰূক কৰি ৰাখিছিল। ১৮৩৩ চনত মৌলমেইনৰপৰা শ্যামদেশত কাম কৰিবলৈ বেকেকলৈ জন্ টেইলৰ্ জোন্চক পঠোৱা হয়। তেওঁ পিছত যোগ দিয়া আন-সকলেৰে বেকেকৰ চীনা আৰু শ্যামসকলৰ মাজত কামত প্ৰবৃত্ত হয়। চীনৰ পূব উপকূলত চীনাসকলৰপৰা বাধা পাই মিছনেৰিসকলে দক্ষিণ ফালৰপৰা চীন সোমোৱাৰ সুবুঙা বিচাৰি পাবৰ আশাত আছিল। উত্তৰ থাইলেণ্ডৰ ওপৰে তেনে বাট নোলাব বুলিয়ে জোন্চৰ ধাৰণা হৈছিল। গতিকে, বৰ্মাকে ভিত্তি কৰি এক চীন মিছনৰ কামৰ সম্ভাৱনা জুমি চাবলৈ আমেৰিকাৰ বোৰ্ডে বৰ্মা মিছনক নিৰ্দেশ দিলে। কিন্তু এনে অভিযানত আগৰেপৰা বৰ্মা চৰকাৰৰ বাধা চলি আহিছে। কিছু বছৰৰপৰা উত্তৰ বৰ্মাৰ স্থান জনজাতিবোৰৰ মাজত মিছনেৰিসকলে কাম কৰিবলৈ বিচাৰি আহিছে, কিন্তু তাতো বাধা পৰি আছে। গতিকে থাইলেণ্ডৰপৰা চীন প্ৰৱেশ কৰা যেনেকৈ অসম্ভৱ, বৰ্মাৰপৰা সোমোৱাও সমানে দুৰূহ। সদিয়া, উত্তৰ বৰ্মা আৰু দক্ষিণ চীনৰ মাজৰ দুৰ্গম-দুৰ্গাৰ বাট-পথৰ ভূগোল আৰু সেইবোৰ ঠাইৰ লোকৰ ভাষা সম্পৰ্কে তেতিয়াও কাৰো স্পষ্ট ধাৰণা নাছিল। অসমৰ খামটি আৰু উত্তৰ-পূব বৰ্মাৰ চিংফৌৰ (আজি-কালি যাক জিং-পাও বা কাচিন বোলা হয়) ভাষাৰ মাজত পাৰ্থক্য নাছিল বুলি আন কি জেন্কিন্সেও ভাবনা দিছিল। ভূগোল আৰু ভাষাতত্ত্বৰ এই অসম্পূৰ্ণ জ্ঞান সত্ত্বেও ট্ৰেভেলিয়ান আৰু পিয়াৰ্চে বৰ্মা মিছনক চীনা আৰু উত্তৰ-বৰ্মাৰ স্থানসকলৰ মাজত মিছন প্ৰতিষ্ঠা কৰাৰ আশাৰে ব্যক্তিগত পত্ৰত সদিয়ালৈ আহিবলৈ উদগাৰলৈ ধৰিলে। এই উদ্গনিয়ে এনে কাম কৰিলে যে নাথান্ ব্ৰাউন বোলা এজন মিছনেৰি আহিবলৈ প্ৰস্তুত হ'লেই; আৰু সদিয়াত কাৰ্যসূচী উদ্বোধন কৰা প্ৰস্তাৱ আগত লৈ বেতাৰেও আৰ্ডনিৰাম জুড্ছনে সহৰ্ষে লেখিলে: "My heart leaps for joy and glows with gratitude and praise to God, when I think of brother Jones at Bangkok, in the northern extremity of the continent, and brother Brown at Sadiya in Assam, on the frontiers of China—immensely distant points,—and of all the intervening stations, Ava, Rangoon, Kyouk-Phyoo, Maulmein, and Tavoy, and the churches and schools that are springing up in every station and throughout the Karen wilderness. Happy lot, to live in these days !"

শ্ৰীমতী ব্ৰন্সনে এপ্ৰিলত (১৮৩৮) সদিয়া এৰি জয়পুৰত কেন্দ্ৰ পাতিছিলগৈ 'পূব নগা'সকলৰ মাজত কাম আৰম্ভ কৰিবৰ উদ্দেশ্যে। ব্ৰাউন আদিয়েও ১২ মেই ১৮৩৯ তাৰিখে ছপাশাল আদি সকলো বস্তু-বাহানিৰে জয়পুৰ বুলি যাত্ৰা কৰিলে। সদিয়াৰ শ্বান মিছনৰ ইমানতে অন্ত পৰিল।

ব্ৰন্সনে দেখা পালে, জয়পুৰৰপৰাও চিংফোৰে সম্পৰ্ক ৰখা সম্ভৱ নহ'ব। কিন্তু নামচঙীয়াসকলৰ (নক্টে) লগত তেওঁৰ পৰিচয়ে তেওঁৰ মনত শ্বান মিছনৰ শেষ আশা এটি পুহি ৰাখিছিল। ভাষাতত্ত্বৰ বিশেষজ্ঞ তেওঁ নক্টে ভাষাৰ এখন স্পেলিং বুক (বৰ্ণ-পৰিচয়) আৰু কেটেকিজম (প্ৰশ্নোত্তৰমালা) লেখি উলিয়ালে। তেওঁৰ কামত ব্ৰিটিশ সেনাধ্যক্ষ কেপ্টেইন হানে আৰু আয়ুক্তয়ো উৎসাহ যোগাবলৈ ধৰিলে। আমেৰিকাৰ বোৰ্ডে নগাসকলৰ মাজত কামত ব্ৰন্সনক সহায় কৰিবলৈ চাইবাছ্ বাৰ্কাৰক পঠিয়ালে। শিৱসাগৰৰ পৰা যাত্ৰা কৰাৰ বেলা ব্ৰন্সনৰ ভনীয়েক ৰোডা নিজ খৰচত ককায়েকক সহায় কৰিবলৈ বুলি আহি তেওঁৰ লগ হ'ল। বাৰ্কাৰ-দম্পতি আৰু ৰোডা ব্ৰন্সন মেই মাহত জয়পুৰ পালেহি। ব্ৰন্সনে নামচাঙত থাকিবলৈ লৈছিল; ৰোডাই তেওঁৰ লগত যোগ দিছিলগৈ। বাৰ্কাৰসকল কিন্তু অসুখৰ বাবে ভৈয়ামলৈ ব'ল। আনফালে, নক্টেৰ মাজত কামত ব্ৰন্সনে অগ্ৰসৰ হোৱাৰ কোনো আশা দেখা নাপালে। শেহান্তৰত ব্ৰাউন, কট্টাৰ, বাৰ্কাৰসকলে দৃঢ়নিশ্চিতৰূপে বুজিলে, শ্বান মিছন বা খেহ দেশৰ দুৱাৰ মুকলি কৰাৰ মূল ধাৰণা কাৰ্যকৰী নহ'ব। ৮ ডিচেম্বৰৰ দিনা ৰোডাৰ মৃত্যু ঘটিল। সেয়ে হ'ল শ্বান মিছনৰো মৃত্যু।

**পৰ্বত এৰি ভৈয়ামলৈ, চীন-শ্বান এৰি অসমীয়া সমাজলৈ দৃষ্টি :**

মিছনেৰিসকলে পৰ্বতত আশা এৰি ব্ৰহ্মপুত্ৰ উপত্যকালৈ চকু ঘূৰালে। সেই ভৈয়ামৰ সকলো লোকে এক অসমীয়া ভাষা কয় আৰু তাত কোনো অশান্তিৰ সম্ভাৱনা নাই। ব্ৰাউন, ব্ৰন্সন, দুইজনেই আছিল ভাষাতত্ত্বৰ বিশেষজ্ঞ। সদিয়াত থকাতে ব্ৰাউনে অসমীয়া ভাষা আয়ত্ত কৰি তাৰ সৌন্দৰ্য উপলব্ধি কৰিছিল আৰু সেই ভাষাত কিতাপ লেখাৰ নিজস্ব পৰিকল্পনা তৰি লৈছিল। ড' কেৰিৰ অসমীয়া "ধৰ্ম্মপুস্তক" দুখন বঙলা আৰু সংস্কৃত শব্দেৰে ভাৰাক্ৰান্ত হোৱা বাবে তেওঁ কামত নলগা বিধৰ বুলি বুজি, তাক সংশোধন-পৰিবৰ্তন কৰি পাঠক-সাধাৰণে হজম কৰিব পৰা অৱস্থালৈ অনাৰো কোনো সম্ভাৱনা নেদেখি ১৮৩৮ৰ জানুৱাৰীত মূল বাইবেলৰপৰা স্বতন্ত্ৰ অনুবাদ কৰাত প্ৰবৃত্ত হ'ল আৰু তেওঁ এই দেশ পোৱাৰ ঠিক দুবছৰমানৰ ভিতৰতে "যিচু খ্ৰিষ্টৰ নতুন নিয়ম"ৰ তেওঁৰ অনুবাদৰ ২৩০ পিঠি প্ৰস্তুত হ'ল; লগতে 'মাথি-লিখিত সুভ বাত্ৰা'ৰ (The Gospel according to Matthew) তেৰটা অধ্যায়।[১] ইতিপূৰ্বে মিছনৰ সকলো প্ৰকাশনতে ৰোমান লিপি ব্যৱহাৰ কৰিবলৈ যি এটা সিদ্ধান্ত কৰা হৈছিল, তাক পৰিৱৰ্তন কৰি ছপাত যাক অসমত সৰ্বসাধাৰণে 'বঙলা আখৰ' বুলিছিল, অসমীয়া লিপিৰে একপ্ৰকাৰে সেই মুদ্ৰণ-ৰূপ এতিয়া ব্যৱহাৰ কৰা হ'ল; তেনে কৰা সম্ভৱ হ'ল জেঙ্কিন্সে সেই লিপিৰ টাইপ মিছনক এই সময়তে দান দিয়া বাবে।[২] মিছনে সদিয়া আৰু জয়পুৰত পতা সকলো পঢ়াশালিতে অসমীয়া মাধ্যম চলিছিল আৰু সকলোজন মিছনেৰিয়ে অসমীয়া ভাষা শিকি পেলাইছিল। বাৰ্কাৰে আদিৰেপৰা ভৈয়ামৰ অসমীয়াৰ

[১] *Baptist Missionary Magazine*-অত (১৮৩৭) ছপা হোৱা পুথি, ট্ৰেক্ট, পত্ৰ আদিৰ হিচাপ ধৰা হৈছে (Sword, *Baptists in Assam*, pp. 152-f) :

| | |
|---|---|
| Spelling Book in Eng.; Assam. & Tai, ৪৮ পিঠি | ৫০০ কপি |
| The Alphabet and Spelling Lessons, ১৬ পিঠি | ১০০ কপি |
| The Parables of Christ, ৩২ পিঠি | ৫০০ কপি |
| Sermon on the Mount, ১৬ পিঠি | ৫০০কপি |
| Catechism in Assamese, ১৬ পিঠি | ৫০০ কপি |
| The Alphabet, এপিঠি | ১৫০ কপি |
| Catechism in Tai, ১৮ পিঠি | ৫০০ কপি |
| A Hymn in Assamese, এপিঠি | ১০০ কপি |
| Worcester's Primer in Assamese, ৫৬ পিঠি | ১০০০ কপি |
| History of the Flood, ১৪ পিঠি | ৫০০ কপি |
| History of the Creation, ১২ পিঠি | ৫০০ কপি |

[২] মাজে মাজে কলিকতাৰপৰা ছপাৰ আখৰ জাহাজত অনোৱা কথা 'অৰুণোদই'ত প্ৰকাশ পাইছিল। মিছনৰ নিজৰ ছপাখানাতো আখৰ ঢলা যন্ত্ৰ আছিল (ফেব্ৰু আৰি ১৮৫৩)।

মাজত কাম কৰা উচিত বুলি ভাবিছিল, পৰ্যন্ত তেওঁ কোনো আশা নেদেখিছিল। ব্ৰাউন, কট্টাৰ, আৰু ব্ৰন্সনে নানা কষ্ট কৰি পৰ্যন্ত একো লাভ কৰিব নোৱাৰিও তাত কাম এৰি দিব নুখুজিছিল। ১৯৪০ চনত বাৰ্কাৰে এগ্ৰাহ ভৈয়ামত বুৰি আহি শিৱসাগৰ বা যোৰহাটলৈ মিছন তুলি নিব লাগে বুলি বিশেষ দৃঢ়তাৰে আৰু স্পষ্ট যুক্তিৰে মত প্ৰকাশ কৰিছিল, আৰু আন নহ'লেও তেওঁক শিৱসাগৰত কাম কৰিবলৈ দিবলৈ তেওঁ নেবোঁ-পানী হৈ ধৰিছিল। এনেতে মিছনেৰিসকলৰ প্ৰায় ছবছৰৰ বিফল চেষ্টাৰ পিছত বিজন লোক ১৮৪১ চনৰ ১৩ মেই তাৰিখে প্ৰথম খ্ৰীস্টিয়ান ধৰ্মলৈ ধৰ্মান্তৰিত হ'ল, তেওঁ হ'ল এজন অসমীয়া ডেকা—নিধিৰাম। তেওঁ যদিও সদিয়াৰ সুত কুলৰ এক দুখীয়া পৰিয়ালৰ ল'ৰা[১] আছিল, সেই পৰিয়ালে তেওঁক শ্ৰীমতী ব্ৰাউন আৰু কট্টাৰৰ অসমীয়া পঢ়াশালিত পঢ়িবলৈ নাম লগাই দিছিল। তেওঁ লগে লগে মিছন ছপাখানাৰ কামো কৰিছিল। পঢ়া পুথিৰ ভিতৰত থকা বিশেষ এটি ইংৰাজী প্ৰাৰ্থনা-গীত পঢ়ি খ্ৰীস্টধৰ্মলৈ তেওঁ আকৃষ্ট হয়। তেওঁক উপস্থিত ইউৰোপীয়সকলৰ আনন্দ-কোলাহল আৰু স্থানীয় লোকৰ বিস্ময়ৰ মাজত ব্ৰন্সনে জয়পুৰত বুঢ়ী দিহিং নৈত বুৰ পোৱা দিলে। এইটি কথায়ে এক খ্ৰীস্টিয়ান অসমৰ স্বপ্ন মিছনেৰিসকলৰ মনত জগাই তুলিলে।

**শিৱসাগৰত বেপ্টিস্টসকলৰ থলি ঃ**

শিৱসাগৰত মিছন পতাৰ সুবিধা বহুত আছিল। অঞ্চলটোৰ প্ৰজাসংখ্যা সাত লাখ। শিৱসাগৰৰপৰা জলপথে গুচৰৰ যোৰহাটলৈ যোৱাৰ কোনো অসুবিধা নাই। সি ব্ৰিটিঃশ সৈন্যৰ হেড্‌কোৱাৰ্টাৰ্চ বা ঘাই কুঁঠি। তাৰ লগত এজন ছাৰ্জন্ ৰেছিডেন্ট্-ৰূপে থাকে। মিছনৰ আৱশ্যক হ'লেই সুৰক্ষা পাব পৰা যাব। ইংৰাজী আৰু বঙলা পঢ়ুওৱা এখন চৰকাৰী স্কুলো ইতিমধ্যে প্ৰতিষ্ঠিত হৈছে।

১৮৪১ৰ ২৪ মেই তাৰিখে দুপৰীয়া বেলিকা দিখৌ নৈয়েদি উজাই অহা এখন সৰু নাৱে সপৰিবাৰে বাৰ্কাৰক শিৱসাগৰ (ব্ৰাউনে সেই বছৰতে বৰ্ণাবৰ দৰে probably the largest village this side of Gauhati) পোৱাই দিলে। কেই সপ্তাহমান পিছতে আন এখন নাৱে ব্ৰাউনৰ পৰিয়ালক সেই ঠাইলৈকে লৈ আহিল ৰোগৰ চিকিৎসাৰ বাবে, তেওঁলোকো বন্ধুসকলৰ উপদেশত শিৱসাগৰতে ৰ'ব লগীয়াত পৰিল। নগাসকলৰ সংগ এৰিবলৈ অনিচ্ছুক ব্ৰন্সনেও শিৱসাগৰত ধৰমৰ কাম কৰাৰ সুবিধাখিনি দেখা পালে ; অৱশ্যে তেওঁ নগাসকলৰ মাজত কৰ্ম এৰি থৈ আহিলেও আশা কৰিলে যে অসমীয়াৰ মাজত ধৰ্ম-বিস্তাৰৰ যোগে এদিন নগাসকলক ঢুকি পোৱা যাব। শিৱসাগৰ পুখুৰী-পাৰত মিছনেৰিসকলে তেওঁলোকৰ বঙলা কৰিলে ; কেপ্টেইন হানেয়ে মিছনক গুদাম ঘৰে সৈতে তেওঁৰ ইটাৰ পকী ঘৰটো দিলে। ব্ৰাউন তেওঁৰ তৰ্জমাৰ কামত ব্যস্ত হ'ল। ডিচেম্বৰৰ ১১ তাৰিখে কট্টাৰ আৰু শ্ৰীমতী কট্টাৰ লগত নতুন খ্ৰীস্টিয়ান নিধি আৰু মনটান নামে মিছন প্ৰেছত কাম কৰা আন এজন ডেকাক লগত লৈ শিৱসাগৰ পালেহি। তাতে ১৮ ডিচেম্বৰ দেওবাৰে শিৱসাগৰ বৰপুখুৰীত ব্ৰাউনে মনটানক বুৰ-পোৱা দি উলাহ-আনন্দত আশা কৰিলে, "May this beautiful expanse of water, long since dedicated to the heathen deity but now consecrated to the service of Christ, be often thus honoured by the footsteps of willing converts." কিন্তু উপযাচি আহি খ্ৰীস্টিয়ান হোৱা লোক প্ৰায় নোলালেই। ১৮৪৫ত বৰপুখুৰীৰ ফটিক-জলে তিনিজনক নতুন ধৰ্মত শৰণ-অভিষেক কৰিলে—৯ মাৰ্চ তাৰিখে কায়স্থ কুলৰ বাতিৰাম (পিছত বাতিৰাম দাস পেক্), ১৩ জুলাইত কলিবৰ নামে ধোবা, আৰু ২০ ডিচেম্বৰত বাতিৰামৰ সমধীয়া ৰাম সিং। ১৮৪১ চনত খ্ৰীস্টিয়ান মনটানৰ মন ঢিলা হোৱাত পিছ বছৰতে সেই ধৰ্মৰপৰা মুৰ-পোলোকা দিছিল, তেওঁক সমাজেও বহিষ্কাৰ কৰিছিল ; ১৮৪৭ চনত জানিবা তেওঁক পুনৰ গ্ৰহণ কৰা হয়। এইদৰে ভৈয়ামৰ অসমীয়াৰ মাজত ধৰ্মপ্ৰচাৰ কৰাৰ আঁচনি আগ নাবাঢ়িছিল। তেতিয়াৰ হিন্দু সমাজেও নিধিৰাম বা মনটানৰ দৰে তথাকথিত নিম্ন জাতৰ লোকৰ ধৰ্মান্তৰগ্ৰহণত বিচলিত অনুভৱ নকৰিছিল ; কিন্তু বাতিৰাম দাসৰ দৰে কায়স্থ খ্ৰীস্টিয়ান হোৱাত সমাজত যথেষ্ট আলোড়নৰ সৃষ্টি হৈছিল।

---

১ 'অৰু নোদাই-গোষ্ঠী' চাওক।

১৮৪৩ চনৰ ১৫ নবেম্বৰত কটাৰ আৰু শ্ৰীমতী কটাৰে জয়পুৰত থকা ছপাশালখন শিৱসাগৰলৈ লৈ আহিল। কিতাপ আৰু ট্ৰেক্ট হাজাৰৰ সংখ্যাত ছপা হ'বলৈ ধৰিলে। ব্ৰাউনে তেওঁৰ অনুবাদ-কাৰ্যত আৰু নৱসৃষ্টিত মহা উৎসাহেৰে লাগি থাকিল। হানে ছাহাবে দিয়া দিখো-পাৰৰ পকী ঘৰত ছপাশাল নিয়মীয়াকৈ চলিল. মেজৰ জেন্কিন্সে দিয়া বঙলা টাইপৰ ফাউণ্টটো অতি সহায়ক হ'ল। কটাৰ আৰু শ্ৰীমতী কটাৰে অলপ দিনৰ ভিতৰতে অসমীয়া মাধ্যমৰ ছখন পঢ়াশালি পাতিলে শিৱসাগৰৰ দাঁতি-কাষৰীয়া গাঁওবোৰত। স্থানীয় ৰাইজে আৰু স্কুল দাবী কৰিলে। ইতিমধ্যেই চৰকাৰে শিৱসাগৰত হাই-স্কুল এখন খুলিছিল: তাত ইংৰাজী আৰু বঙলা পঢ়ুওৱা হৈছিল। ১৮৪৬ৰ ভিতৰতে শিৱসাগৰত মিছনেৰীয়ে পতা স্কুলৰ সংখ্যা হৈছিল চৈধ্য আৰু গড় হিছাপে উপস্থিত থকা ছাত্ৰৰ সংখ্যা হৈছিল ৩৮১। মিছনেৰিসকলে সৃষ্টি কৰা উৎসাহৰ মাজত গঞাসকলে নিজে স্কুল-ঘৰ সাজি নিজে শিক্ষকক দৰমহা দি ৰাখিছিল।

**নগাঁৱত শিক্ষাৰ পথেদি নতুন পুৰুষক আঁকোৱালি ল'বৰ যত্ন ঃ**

১৮৪১ চনতে ব্ৰন্সনে সংগীসকলৰ লগত পৰামৰ্শ কৰি নগাঁৱলৈ যাত্ৰা কৰি ২ অক্টোবৰত সেইখিনি পায়গে। সেই ঠাইৰ জনতা (multitudes) দেখি তেওঁ সকলোকে খ্ৰীস্টত শৰণ দিয়াৰ আশা কৰিছিল; কিন্তু অতি সোনকালেই তেওঁৰ সেই আশা উভি গ'ল. কাৰণ তেওঁ দেখা পালে, হিন্দুসকল সেই বিষয়ত একেবাৰেই উদাসীন। গতিকে তেওঁ বৰ্তমান পুৰুষত আশা এৰি নতুন পুৰুষৰপৰা সঁহাৰিৰ আশাত বিশেষকৈ দুখীয়া আৰু গৃহহীন ল'ৰা ছোৱালীৰ বাবে এখন স্কুল খোলাৰ ব্যৱস্থা কৰিলে। ব্ৰন্সনৰ এই Orphan Institution-অৰ সাৰ্থকতা তেওঁ আশা কৰাতকৈ অধিকভাৱে প্ৰকট হৈ উঠিল; সমাজৰ অৱহেলিত পিতৃ-মাতৃহীনসকলে জীৱনৰ সুখৰপৰা বঞ্চিত নহ'বৰ পথ পালে; সহ-শিক্ষাৰ এই অনুষ্ঠানত স্ত্ৰী-শিক্ষাৰ এক দৃঢ় পদক্ষেপ প্ৰাথমিক চেষ্টাতে পৰিল; সকলোৱে একলগে থকা আৰু খোৱা-বোৱাৰ ব্যৱস্থা হোৱাত জাত-বিচাৰৰপৰা মুক্ত এখন সমাজ অংকুৰিত হ'ল; অৰ্ফেন ইনস্টিটিউটৰ ছাত্ৰসকলৰ মাজৰপৰাই অসমৰ খ্ৰীস্টিয়ান সম্প্ৰদায়ৰ আদিম পুৰুষৰ উদ্ভৱ হ'ল। পঢ়াশালিখনত প্ৰত্যক্ষভাৱে ধৰ্ম প্ৰচাৰ কৰা হোৱা নাছিল। ১৮৪৬ চনত তাৰ ওপৰ শ্ৰেণীৰ ছাত্ৰ কিছুৱে খ্ৰীস্টধৰ্মৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰাত মিছনেৰিসকল নগাঁৱত লগ হ'ল। শিৱসাগৰৰ মিছনেৰিসকলেও শৰণ-কামী তিনিজন লোক লৈ আহিল। সকলোকে পৰীক্ষা কৰি চাই ২৯ নবেম্বৰত দহজনক বুৰ-পোৱা দিয়া হ'ল। তাৰ পিছৰপৰা ১৮৫৬ চনত স্কুলখন ভাঙি পেলোৱাৰ আগলৈকে তাৰ ওপৰ শ্ৰেণীৰ ছাত্ৰৰ মাজৰপৰা নতুন নতুন খ্ৰীস্টিয়ান ওলাইছিল বছৰি বছৰি। এই কাৰ্য-কলাপকে বেপ্টিস্টসকলে এক 'ৰিভাইভেল্' বুলি জ্ঞান কৰে।

**গুৱাহাটী ঃ অসম বেপ্টিস্ট এছোচিয়েছন ঃ**

ব্ৰহ্মপুত্ৰ উপত্যকাত কাম কৰিবৰ বাবে গুৱাহাটীখন যে এক বিশিষ্ট কেন্দ্ৰ হ'ব পাৰে, সেই কথা মিছনেৰিসকলে বুজিছিল। ব্ৰাউন ছাহাবে ভাবিছিল, চৰকাৰী শিক্ষা-সেৱাত নিযুক্ত উইলিয়াম ৰবিন্সনকে মিছনেৰি কামৰ বাবে পোৱা যাব: কিন্তু ৰবিন্সনে চৰকাৰী কাম এৰিব নুখুজিলে। চাইৰাছ্ বাৰ্কাৰে শিৱসাগৰ এৰি তেজপুৰলৈ নতুন কেন্দ্ৰ খোলাৰ আশা-লেখা কৰি গৈছিল। তেওঁ তাত দুমাহ মাত্ৰ থাকি ১৮৪৩ৰ পিছ ভাগত গুৱাহাটীত থাকিবলৈ লয়। ইয়াৰ পিছৰ দুটা দশক কাল শিৱসাগৰ, নগাঁও আৰু গুৱাহাটী কেন্দ্ৰৰপৰাই বেপ্টিস্টৰ সকলো কাৰ্য-কলাপ নিয়ন্ত্ৰিত হৈছিল। ১৮৪৫ চনৰ ২৬ জানুৱাৰীত তিনিও কেন্দ্ৰৰ খ্ৰীস্টিয়ানসকল গোট খাই Baptist Church of Assam গঠন কৰিলে। ১৮৪৮ত সপৰিয়াৰে এ. এইচ. ডেনফোৰ্থ (দনফৰ্থ) নতুনকৈ আহি গুৱাহাটীত আৰু সপৰিয়াৰে আই. জে. স্টোডাৰ্ডে (ইস্তৰ্দ) নগাঁৱৰ Orphan Institutionঅৰ ভাৰপ্ৰাপ্ত-ৰূপে যোগ দিয়েহি। ১৮৫১ চনৰ অক্টোবৰত শিৱসাগৰ, নগাঁও আৰু গুৱাহাটীৰ কেন্দ্ৰ ইটো সিটোৰপৰা স্বতন্ত্ৰ চাৰ্চ যেন হ'ল আৰু সেই মাহৰ ৩০ তাৰিখে Assam Baptist Association গঠন কৰা হ'ল। বেপ্টিস্টসকল নতুন শক্তিশালী ক্ৰিয়াৰ বাবে এতিয়া প্ৰস্তুত।

**সংকটপূৰ্ণ ষষ্ঠ দশক :**

এনেতে সিসকলৰ মাজত সংকটে দেখা দিলে। ইতিমধ্যেই বহুত দিন নৰিয়া পৰি থাকি চাইৰাছ বাৰ্কাৰ, ল'ৰা-ছোৱালী আৰু পত্নীক লৈ আমেৰিকালৈ বুলি যাত্ৰা কৰে : ১৯৫০ ছনৰ জানুআৰি মাহৰ ৩১ দিন জোআত আফ্ৰিকাৰ দাঁতিতে জাহাজে জাওতে বৰ ধুমুহা বতাহ হোৱা কালত মচাৰ্বিক নামে সাগৰৰ এক অঞ্চল পালত মৃত্যু হল। পাচে তেওঁৰ মৰা স পেৰাত সুমাই পানিত নমাই ডুবাই দিলে" (অৰুনোদই, চেপ্তেম্বৰ ১৮৫০)। এয়ে হ'ল যেন সংকটৰ সূচনা আৰু ইয়াৰ অব্যৱহিত পৰবৰ্তী দশকটো অসমৰ বেপ্টিষ্ট-সকলৰ কাৰণে নানা বিপদ-বিঘিনি আৰু আহুকালৰ সময় হ'ল। এফ্. এছ্. ডাউন্‌ছে ক'বৰ দৰে সেই কালছোৱাৰ আৰম্ভৰ আৰু অন্তৰ পৰিসংখ্যাবোৰলৈ চালেই তাৰ অন্ধকাৰাচ্ছন্নতাৰ ধাৰণা কৰিব পাৰি : ১৮৫১ত তিনিওটা চাৰ্চ বা মণ্ডলিৰ সদস্য-সংখ্যা আছিল ৮৫, ১৮৬১ত সি টুটি গৈ হ'লগৈ ৫৪। ১৮৫১ত আঠটা মিছনেৰি পৰিয়াল কাৰ্য-ক্ষেত্ৰত ব্যস্ত আছিল, ১৮৬১ত থাকিল মাথোন দুটি। ১৮৫১ত ১১২জন ছাত্ৰৰে চাৰিখন পঢ়াশালি আছিল, ১৮৬১ত ৰ'লগৈ ১২জন ছাত্ৰৰে দুখন স্কুল। উৎসাহনৰ অভাৱত বা বোগৰ সঘন আক্ৰমণত এজনৰ পিছত এজনকৈ মিছনেৰি অসম এৰি ঘৰমুৱা হ'ব লাগিছিল। তাতোকৈ সংকটৰ দুটা প্ৰধান কাৰণ হ'ল আমেৰিকাৰ মিছনেৰি ইউনিয়নৰ অসংযোগী আৰু অবুজ মনোভাব আৰু চিপাহী-বিদ্ৰোহ বা ভাৰতৰ প্ৰথম স্বাধীনতা-ৰণ। তদুপৰি, আমেৰিকাৰ অৰ্থনৈতিক অৱসাদ আৰু আত্ম-বিগ্ৰহেও দূৰ-দূৰণিৰ এই অসমত থকা বেপ্টিষ্টৰ কাৰ্যত বাধা সৃষ্টি নকৰাকৈ নাছিল। আমেৰিকাৰ বোৰ্ডে বিভিন্ন বিদেশী মিছনবোৰে নিজৰ কাৰ্যসূচী নিৰ্মাণ কৰাত ঘোৰ আপত্তি কৰি উঠিছিল : অসমত যেনেকৈ মিছনে পঢ়াশালি পাতি শিক্ষা-দান কৰিছিল, তাক অনাৱশ্যকীয় কৰ্ম বুলি বোৰ্ডে বন্ধ কৰিবলৈ বিচাৰিছিল। বোৰ্ডে সম্পাদক ড° ছলোমন্ পেকক ভাৰতলৈ নিজ চকুৰে সকলো ব্যৱস্থা পৰীক্ষা কৰিবৰ অৰ্থে প্ৰেৰণ কৰে। ইয়ালৈ আহি মিছনেৰিসকলৰ সৎকাৰ্য আৰু যুক্তি দেখা-শুনাৰ পিছতো তেওঁ বিৰূপ মনোভাব লৈয়ে থাকিল। তেওঁৰ হাতৰ আটাইতকৈ ডাঙৰ মাধ-মাৰ পৰিল ড° ব্ৰন্সনে গৌৰবৰ বস্তু বুলি জ্ঞান কৰা Orphan Institute-অৰ ওপৰত, কাৰণ তাৰ যোগেদি হোৱা মানবীয়তাৰ আৰু শিক্ষাৰ পোহৰ বিলোৱাৰ কৰ্ম পেকৰ সম্পূৰ্ণ না-পছন্দ হ'ল! তেওঁ সেই কাৰ্যসূচীৰ পৰিৱৰ্তে এখন নৰ্মাল স্কুল পাতিবলৈ উপদেশ দিলে। ইমান আদৰৰ এটি অনুষ্ঠান লোপ পাব লগীয়া হোৱাতো ব্ৰন্সনে দুখ-মনেৰে হ'লেও যিমান প্যাৰি, সিমান সৎ কাৰ্যকে কৰি নগাঁৱত থাকিবলৈ সম্মত হ'ল। আনজন ধৰ্মনেতা নাথান ব্ৰাউন ছাহাবে কিন্তু মিছনৰ ওপৰত জাপি দিয়া অপমানজনক বাধাবোৰ সহ্য নকৰি আমেৰিকালৈ টান টান কথাৰে চিঠি দিলে। তাৰ ফল-স্বৰূপে তেওঁক দেশলৈ 'অলপ জিৰণি' ল'বলৈ মাতি পঠিওৱা হ'ল আৰু তেওঁ আমেৰিকা পাই ১৮৫৬ ছনত মিছনৰ কাম ইস্তফা দিলে। এইদৰে অসম আৰু অসমীয়াৰ দুজন পণ্ডিত আৰু শুভাকাঙ্ক্ষী বন্ধুৰ ভিতৰত এজন আমাৰপৰা আঁতৰি গ'ল। ১৯৫৮ত পেকে সম্পাদক পদ ইস্তফা দিয়াত বোৰ্ডৰ অসংগত নীতিৰ পৰিৱৰ্তন ঘটিল। কিন্তু তাৰ আগতেই হ'ব লগীয়া ক্ষতি হৈ গ'ল : Orphan Institute ভাঙি দিয়া হ'ল : অসমত বেপ্টিষ্ট মিছনৰ প্ৰকৃত প্ৰতিষ্ঠাতা আৰু অসমীয়া ভাষাৰ কল্যাণকামী ডক্টৰ ব্ৰাউন ঘৰলৈ ঘূৰি গ'ল। তেওঁ তাত দাসত্ব-প্ৰথা-বিৰোধী আন্দোলনত যোগ দিছিলগৈ আৰু বোতিয়া তেওঁ পুনৰ ইউনিয়নত যোগ দিয়ে, তেতিয়া মিছনেৰি-ৰূপে জাপানলৈ যায়। ১৮৫৫ৰ ফেব্ৰুৱাৰীতে তেওঁ জ্বৰ-নৰিয়াৰ বাবে শিৱসাগৰ এৰিছিল : কিন্তু ১৯৫৬ত দেশমুৱা হৈও তেওঁ দূৰ দেশত থকাতো অসমক নাপাহৰিছিল। চিপাহী-বিদ্ৰোহৰ আতংক আৰু জ্বৰ-খৰৰ যুটীয়া প্ৰক্ৰিয়াত মিছনেৰিৰ সংখ্যা টুটি আহিছিল। ড° ব্ৰন্সনে লেখিছিল (১৮৫৮) : "A general feeling of insecurity is spread all over the country. All feel that it is emphatically true now that we know not what 'a day or an hour may bring forth.' " তেতিয়া এনে বৌঢ়ি ফুৰ্টিছিল যে বগা চালৰ এটি প্ৰাণীৰ সঁচো থাকিবলৈ দিয়া নহ'ব। গুৱাহাটী মণ্ডলিত থকা ডেনফোৰ্থে মিলিটেৰী পোছাক পিন্ধি কুচ-কাৱাজত যোগ দিয়া আদি দৈনিক কৰ্তব্য কৰিব লাগিছিল আৰু তেনে কৰি নিজৰ পৰিয়াল আৰু মিছনৰ সম্পত্তিক সুৰক্ষা দিবৰ আশা কৰিছিল। তেওঁ

লেখিছিল, "I have done military duty daily, and that, too, directly in front of a large company of sepoys many of whom were known to be mutinous." ব্ৰন্সনে এক নিশাৰ আন্ধাৰত নগাঁও এৰি নাৰেদি কলং আৰু ব্ৰহ্মপুত্ৰইদি গুৱাহাটী পাই পাদুৰি ডেনফোৰ্থক মিলিটেৰি সাজত দেখা পাইছিলহি। ব্ৰন্সনে পৰিবাৰ আৰু জীয়েক মেৰীক লৈ গৃহ-যাত্ৰা কৰিলে। ১৮৫৮ত ডেনফোৰ্থে কান্দুৰা আৰ্. স্মিথক গুৱাহাটী দি ঘৰলৈ গ'ল। শিৱসাগৰ মণ্ডলিত থকা এছ্. ডব্লিউ. হোৱাইটিঙক সকলোৱে পলাবলৈ উপদেশ দি আছিল, তেৰোঁ প্ৰেছটো বখাৰ বাহিৰে বিশেষ কাম কৰিব নোৱাৰিছিল। এনেতে দেশ জোৰা বিদ্ৰোহ শাম কাটিলে; অসমত মণিৰাম দেৱানৰ ফাঁচীৰ বাহিৰে বিদ্ৰোহ প্ৰকট হোৱাৰ অৱসৰেই উপস্থিত নহ'ল। ১৮৫৯ত মেৰী ব্ৰন্সনক বিয়া কৰি ৰেভাৰেণ্ড চাইৰাছ্ এফ্. টোলমান সপৰিবাৰে নগাৱ'ত কাম কৰিবলৈ আহে। তেওঁ মিকিৰসকলৰ (আৰ্লেং) আহ্বানক্ৰমে মিকিৰ পৰ্বতত কঠোৰ পৰিশ্ৰম কৰেগৈ আৰু মিকিৰ ভাষাত এখন প্ৰাথমিক পুথিও লেখি উলিযায়। কিন্তু ব্ৰন্সন দেশৰপৰা ঘূৰি আহি টোলমানক কাহিল অৱস্থাত দেখা পাই আমেৰিকালৈ ঘূৰাই পঠিয়ায়। মিছনেৰিসকলৰ এই হতাশ অৱস্থা আৰু ঘনীভূত হ'ল যেতিয়া দেশ জুৰি খাজনা-বৃদ্ধিৰ বাবে ঐক অশান্তি আৰু চৰকাৰে সকলোকে খ্ৰীস্টিয়ান কৰিবৰ মতলব কৰিছে বুলি এক জনৰৱ চাৰিও-ফালে বিয়পি পৰিল। ইও মিছনেৰিসকলৰ কামত বাধাৰ সৃষ্টি কৰিলে।

**পৰ্বতলৈ পুনৰ দৃষ্টি ঘূৰিল ঃ**

প্ৰায় ১৮৫০ ছনমানৰপৰাই বেপ্টিস্ট-মহলত দৃঢ় এটি ভাব হৈছিল, মিছনেৰিসকলে ভৈয়াম এৰি পৰ্বতৰ জনজাতিসকলৰ মাজত আশুফলদায়ক কামত লগাই উচিত হ'ব। এসময়ত নৰ্গাসকলৰ মাজত কাম কৰা ব্ৰন্সনৰ মন ঘূৰি ঘূৰি নগাসকলৰ মাজলৈ গৈছিল। তেওঁ জোঁৱায়েক টোলমানক ১৮৫১ত আৰ্লেংসকলৰ মাজত কাম কৰিবলৈ দিও একে ধৰণৰ আশাকে দেখা পাইছিল। বেমাৰ-আজাৰে তেওঁক মিকিৰ পৰ্বতৰপৰা ঘূৰাই নপঠোৱা হ'লে সেই আশা তেতিয়াই হয়তো পূৰ হ'লহেঁতেন। ১৮৫৭তে ডেনফোৰ্থক কছাৰীসকলে ধৰ্মদানৰ প্ৰাৰ্থনা জনাইছিল। গাৰোসকলেও বিচাৰিছিল মিছনেৰি, আৰু বিচাৰিছিল চৰকাৰৰপৰা পঢ়াশালি। চৰকাৰে গোৱালপাৰাত পাতি দিয়া স্কুলৰ সাতজন ল'ৰা খ্ৰীস্টিয়ান হোৱা দেখি ব্ৰন্সনে ১৮৬৭ত গাৰোৰ মাজলৈ গৈ একে কোবতে ৩৭ জনক ধৰ্ম দিয়ে। সেই বছৰতে গাৰোৰ মাজত কাম কৰিবলৈ আই. জে. স্টোডাৰ্ড আৰু এম্. বি. কম্ফোৰ্ট অসম পায়হি, আৰু ই. জি. ফিলিপ্ছ, এম্. চি. মেছন আদি আন কেইজনমান মিছনেৰিয়েও যোগ দিয়েহি ইয়াৰ পিছতে। ১৮৫১তে এছ্. ডব্লিউ. হোৱাইটিঙে এজন আও নগা ল'ৰাক বুৰ-পোৱা দিছিল। কিন্তু ১৮৭১ত ই. ডব্লিউ. ক্লাৰ্ক্ যেতিয়া শিৱসাগৰলৈ আহে, তেওঁ নগাৰ মাজত কাম কৰাত বিশেষ আগ্ৰহী হয় আৰু কলিবৰ ধোবাৰ পুতেক গধুলা বুফাছ ব্ৰাউনৰ সহায়ত আও ভাষা শিকি ১৮৭২ৰপৰা মাজে-সময়ে আও চাংবোৰত ঘূৰিবলৈ ধৰে আৰু ১৮৭৬ৰ মাৰ্চত যেতিয়া মিছনৰ ছপাশাল আৰু পৱিত্ৰ পুথিৰ অনুবাদৰ দায়িত্ব এ. কে. গাৰ্নিক গতাই দিব পৰা হয়, তেতিয়া তেওঁ নগা পৰ্বতত ঘৰ-দুৱাৰ লৈ কামত লাগি যায়। মন কৰিব লগীয়া যে নাথান ব্ৰাউনে বাইবেলৰ যি অনুবাদৰ কাম আৰম্ভ কৰে, তাৰ ক্ৰম ৰাখি নিধি লিবাই, হোৱাইটিং, ৱাৰ্ড আৰু শেহত গাৰ্নিয়ে কষ্ট কৰাৰ ফলত ১৯০৩তহে অনুবাদৰ আঁচনি পূৰ হয়। আনফালে, ১৮৬৭ৰেপৰা (যি বছৰি ব্ৰন্সনৰ ইংৰাজি-অচমিয়া অভিধান ছপা হৈ ওলায়) অসমৰ বেপ্টিস্ট মিছনে ভৈয়ামৰপৰা গৈ পৰ্বততে মনোযোগিতা প্ৰয়োগ কৰাৰ পৰিৱৰ্তিত নীতিত চলিবলৈ আৰম্ভ কৰে। শিৱসাগৰ, নগাঁও আৰু গুৱাহাটীত তেওঁলোকৰ কাৰ্য চলি থাকিলেও তাত থকা পাদুৰিসকলে (ও. এল্. স্বান্সন্, জন ফাৰ্থ, আৰু পিছত জোছেফ্ পল্) অসমীয়া লোকতকৈও চাহ-বাগিচাত কাম কৰা মুণ্ডাৰি আদি জনজাতীয় লোকসকলৰ মাজত প্ৰচাৰকাৰ্য কৰাটোহে সমুচিত বিবেচনা কৰিছিল। ১৮৭৯ত ডিব্ৰুগড়ৰ ওচৰৰ দুখন বাগিচাৰ ইংৰাজ মালিকে তেওঁৰ বনুৱাৰ মাজত ধৰ্মদান কৰিলে মিছনলৈ আৰ্থিক সহায় আগ বঢ়োৱাত ব্ৰন্সনে নিজে ডিব্ৰুগড়ত কেন্দ্ৰ খোলো বুলি গৈছিল; কিন্তু বাগিচা দুখনৰ মেনেজাৰসকলেৰে সেই কামত বিৰোধ হোৱাত ব্ৰন্সন্ তাৰপৰা ঘূৰি আহি আমেৰিকালৈ প্ৰত্যাৱৰ্তন কৰে। ১৮৮৩ত তেওঁৰ মৃত্যু ঘটে। সেই বছৰতে

আসাম কোম্পানিয়ে শিৱসাগৰৰ মিছন ছপাখানাটো কিনি লয়। অসমৰ বেপ্টিস্ট মিছনৰ তথা অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীত ১৮৪৩ এটা বিশেষ চিন দি ৰাখিব লগীয়া বছৰ।

**অসমৰ জাতীয় জীৱনত বেপ্টিষ্টৰ ভূমিকা :**

অসমৰ জাতীয় জীৱনত বেপ্টিস্টসকলৰ ভূমিকা হ'ল মৃত-সঞ্জীৱনী-দানৰ, অসমীয়া ভাষাৰ প্ৰাণ আৰু নিৰ্মাণৰ জীৱনদায়ী ভূমিকা। ১৮২৬ৰ ২৪ ফেব্ৰুৱাৰীৰ মান-ইংৰাজৰ য়াণ্ডাবু সন্ধিমতে অসম দেশ মানৰ কবলৰপৰা ইংৰাজৰ হাতলৈ যায়। ১৮৩৬ত ইংৰাজ প্ৰভুসকলে নিয়ম কৰিলে যে অসমৰ আদালত আৰু পঢ়াশালিত অসমীয়া ভাষাৰ পৰিৱৰ্তে বঙলা ভাষাহে চলোৱা যাব। অসমীয়া প্ৰজাৰ তেতিয়া বুদ্ধিয়েই -াচিস নে কথা ক'ব পৰা শক্তিয়েই নাছিল, ছৰকাৰৰ আদেশ নিৰ্বিবোধে চলিল জগন্নাথৰ ৰথৰ দৰে ঘৰ্ঘৰ কৰে। অসমৰ বুদ্ধি আৰু জ্ঞানৰ প্ৰদেশলৈ যে আউসীৰ অন্ধকাৰ নামি আহিল! কিন্তু সেই অন্ধকাৰ আঁতৰ কৰিবলৈ নাটকীয়ভাৱে তাৰ প্ৰতিবিধান-কৰ্তাসকলো লগে লগেই সাজু হ'লহি। "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী"-কাৰে অনুভূতিৰে লেখিছে, "এই ঘোপমৰা আন্ধাৰৰ মাজতে জানিবা, বিজুলীৰ দৰে উজ্জ্বল, অথচ থিৰ, এছাতি পোহৰ আহিল। সি অৱশ্যে ঈশ্বৰ-প্ৰেৰিত-স্বৰূপ! সেয়ে হৈছে আমেৰিকাৰ বেপ্‌টিষ্ট মিশ্যন সমাজৰ সমজুৱাসকলৰ অসমলৈ শুভাগমন। ঠিক যি বছৰত অসমীয়া ভাষাক নিজ প্ৰাপ্যৰ পৰা বঞ্চিত কৰি অপমানিত কৰা হয়, অবিকল সেই একে সনতে এওঁলোকৰ, যেন তাৰ প্ৰতি-বিধান কৰিবলৈকে, অসমত পদাৰ্পণ। সেইদৰে, আধুনিক অসমীয়া সাহিত্যৰ গুৰিত যি অনিষ্টৰ বিহ ঢলা হৈছিল, এওঁলোকে তাৰ জোখাৰেই চোকা ঔষধি দি সেই গছজোপা কথমপি জীয়ালে। এইদৰে আধুনিক অসমীয়া জাতি নিজ জাতীয় জীৱনৰ বাবে এইসকলৰ ওচৰত কিমান ঋণী, তাক বঢ়াই কোৱা টান।" "অসমীয়া ভাষাৰ এই বিপদৰ কাল, আৰম্ভৰ পৰা ধৰি, দুকুবি বছৰৰ ওচৰা-উচৰি। এই মহানুভৱ পাদ্ৰী-সকলে ততোধিক কাল এই অন্যায়ৰ প্ৰতিকাৰ কৰিবলৈ যুজিছিল" (পিঠি ৮)। অসমত বেপ্টিস্টসকলৰ কাৰ্য-কলাপৰ দুই প্ৰধান দিশ হ'ল পঢ়াশালি-স্থাপন আৰু পঢ়াশলীয়া পাঠ্য আৰু ধৰ্মগ্ৰন্থৰ প্ৰণয়ন আৰু মুদ্ৰণ। এই দুই কাৰ্যতে মাধ্যমৰ প্ৰশ্নটো হ'ল মৌলিক। সেই মূল প্ৰশ্ন বাস্তৱবাদী আৰু কাৰ্যকৰী দৃষ্টি-ভংগিৰে বিচাৰ কৰি বেপ্টিস্টসকলে দেখিলে যে এই বিষয়ত অসমীয়া ভাষাৰ বাহিৰে গত্যন্তৰ নাই। গতিকে ব্ৰাউনে সদিয়াত কাম আৰম্ভ কৰিয়েই সেই ভাষা শিকি ল'লে, আৰু তাৰ শক্তি আৰু সৌন্দৰ্য উপলব্ধি কৰিলে। যদিও ওপৰ-চকুৱা ছৰকাৰী মতবাদৰ বাবেই হওক বা তেওঁৰ প্ৰাথমিক ভুল হিছাপতেই হওক তেওঁ পোনতে অসমীয়াক বঙলাৰ অপভ্ৰংশ বুলি ভ্ৰম কৰিছিল, অতি সোনকালেই তেওঁৰ সেই ভ্ৰান্তি দূৰীভূত হ'ল। বিশেষজ্ঞ ভাষাতাত্ত্বিক ব্ৰাউন অসমীয়া ভাষাৰ এজন সেৱক হৈ পৰিল। কেৰিৰ বাইবেলৰ অনুবাদৰ অসমীয়া ৰূপটো (idiom) তেওঁ বৰ গোলমলীয়া পাইছিল বাবে সকলোৰে কামত আৰু মনত লাগিব পৰাকৈ নতুন ভাণ্ডনিৰ আঁচনি হাতত লৈ হাতে-কামে তাত লাগি যে গ'ল। তেওঁৰ নিউ টেস্টামেণ্ট "যিচু খ্ৰিষ্টৰ নতুন নিয়ম" ১৮৪৮ ছনত ওলাল; কিন্তু আন কেইবাখনো হাত লগাৰ পিছতহে যে ১৯০৩ ছনত আঁচনিখন সম্পূৰ্ণ হৈছিলগৈ, আগতে আমি দেখি আহিছো। গুৱাহাটীত শ্ৰীৰামপুৰৰ প্ৰতিনিধিৰূপে পোনতে মিছনেৰি কাম কৰি পিছত শিক্ষকতাত ধৰা অসমীয়া ভাষাৰ স্বতন্ত্ৰতা মৰিলেও স্বীকাৰ নকৰা ইংৰাজ উইলিয়াম্ ৰবিন্সনে ১৮৩৯ ছনত গৌহাট্টি ছেমিনাৰিৰপৰা উলিওৱা *Grammar of the Assamese Language*-অৰ পিছত অধিক সংগতভাৱে অসমীয়া ভাষাৰ স্বতন্ত্ৰতা দেখুৱাই ব্ৰাউনে অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰকাশ কৰে ১৮৪৮ত--*Grammatical Notices of the Assamese Language.*[১] তেওঁ সদিয়াত থকাতে আৰম্ভ কৰা চাৰিখন Gospel-অৰ অসমীয়া ৰূপ ১৮৫৪তহে শিৱসাগৰৰ প্ৰেছৰপৰা ওলাইছিল। Psalms of David-অৰ কিছু গীত তেওঁ সুন্দৰকৈ ভাঙি উলিয়াইছিল। পঢ়াশলীয়া

[১] ইয়াৰ পিছৰ বছৰত (১৮৪৯) ৰবিন্সনৰ Notes on the languages spoken by the various tribes inhabiting the valley of Assam and its mountain confines ওলাই *Journal of the Asiatic Society of Bengal*-ত (Vol. XVIII, pt. I)। তেওঁ তাত অসমীয়া আৰু বঙলাৰ ব্যাকৰণ আৰু শব্দাৱলীৰ সামান্যভাৱে তুলনা কৰিছে।

পাঠ্যৰ বিষয়ত ব্ৰাউন আমাৰ বাটকটীয়া। তেওঁৰ "প্ৰথম গননা" (১৮৪৫) "দ্বিতীয় গননা" (১৮৫৫), "ভূগোলৰ বিবৰন" (১৮৫১) সেই সময়ৰ বঙলা পুথিতকৈও উত্তম আছিল। ব্ৰাউন চাহাবে পুৰণি অসমীয়া সাঁচিপতীয়া-তুলাপতীয়া পুথি সংগ্ৰহ-প্ৰকাশ আৰু অসমৰ অতীত-অধ্যয়নৰ বিষয়তো পথ-প্ৰদৰ্শকৰ কাম কৰিছিল। কাশীনাথ তামুলী ফুকনৰ "আসাম বুৰন্‌জি" (১৮৪৪) আদি মিছন প্ৰেছৰপৰাই ছপা হৈ ওলায়। ব্ৰাউনৰ দৰেই অভিজ্ঞ ভাষাতাত্ত্বিক মাইল্‌ছ্‌ ব্ৰন্সনৰ দুটি অক্ষয় কীৰ্তি—প্ৰথম 'অচামিয়া-ইংৰাজি অভিধান' (১৮৬৭) আৰু অসমীয়া ভাষাৰ হকে যুঁজত সেনাপতিৰ পদ গ্ৰহণ কৰি বিজয় লাভ। সেই সময়ত 'যা নিশা সৰ্ব্বভূতানাম্', তাত সকলোৰে টোপনিৰ ঘোৰঘোৰণি। অসমীয়া ভাষা জহমানে গ'লেও কাৰো কাহী-পাতে গা নাকাটিছিল। এই শোকজনক অৱস্থাৰ বৰ্ণনা দি ১৮৫৪ চনৰ কথা গুণাভিৰামে লেখিছে, "তেতিয়াও অসম দেশত স্কুল আৰু কাছাৰীত বঙ্গলা ভাষা চলিছিল। পাদ্ৰীসকলে অসমীয়া ভাষা চলাবলৈ বৰ যত্ন কৰিছিল। ব্ৰনচন পাদ্ৰী চাহাবে অসমীয়া ভাষা চলাবলৈ এক আবেদনপত্ৰ প্ৰস্তুত কৰে। ফুকনে সেই চাহাবক এই বিষয়ে অনেক সাহায্য কৰিছিল। ফুকন বিনে দেশীয় লোকৰ হৈ দুআষাৰ কথা কয় বা কোনো আলোচনা কৰে বা বুদ্ধি দিয়ে তেতিয়া এনে লোক নাছিল। দেশীয় যিসকল লোক আছিল সেই সকলোৱে বঙ্গলা দেশৰ নদীয়া শান্তিপুৰ বা কনৌজপুৰৰপৰা অহা বুলি অভিমান কৰিছিল। অসমীয়া ভাষাই চলোক বা বঙ্গলা ভাষাই চলোক কাৰো কোনো ধাৰ নাধাৰিছিল। পাদ্ৰী চাহাবসকলে যত্ন কৰিছিল, তাৰপৰা বিফল-ফল নদৰ্শিল। পাছে ফুকনে পাদ্ৰী চাহাবসকলক আৰু পাদ্ৰী চাহাবসকলে ফুকনক দেশীয় ভাষা বিষয়ে সাহায্য কৰাত উভয়ে এই ভাষাৰ বিশেষ যত্ন কৰিবলৈ ধৰিলে।" সেই দুদিনত অসমৰ ভেমপুৰীয়াসকলে 'নদীয়া শান্তিপুৰ বা কনৌজৰপৰা অহা বুলি' মঠ ধৰি দেশত 'অসমীয়া ভাষাই চলোক বা বঙ্গলা ভাষাই চলোক' তালৈ কেৰেপ নকৰাটো বাস্তৱিকতে লজ্জাজনক, যদিচ আজিও তেনে মৃত্যু-কল্প উদাসীনতাৰ 'বুৰঞ্জীৰো হয় পুনৰাভিনয়, জ্ঞান-বৃদ্ধসৱে কয়।' প্ৰথম সুৰত ব্ৰাউন আৰু ব্ৰন্সন মাথোন ভাষা সম্পৰ্কে সজাগ থকা অসমৰ সেই 'যা নিশা সৰ্ব্বভূতানাম্', তাত তেওঁলোক দুজনহে 'জাগৰ্তি'। আৰম্ভণিৰ কিছু দিন আলেখ-লেখ চোৱাৰ পিছত তেওঁলোকৰপৰা চিঠি যায় কলিকতাৰ চৰকাৰ বাহাদুৰলৈ। কিন্তু সেই চিঠিয়ে প্ৰশাসক আৰু এডুকেচন কাউঞ্চিল কৰ্তৃপক্ষৰ বিমুখ হৃদয়-দুৱাৰত সামান্য টোকৰ এটাও মাৰিবগৈ নোৱাৰে। অসমীয়া ভাষা এটা ভাষা নহয়, এনে এক অটল বিশ্বাস তাত! দ্বিতীয় সুৰত, যেতিয়া ১৮৫৩ত মফাট্ মিল্‌ছ্‌ চাহাব অসমৰ প্ৰশাসন সম্পৰ্কে অনুসন্ধান কৰি প্ৰতিবেদন প্ৰস্তুত কৰিবলৈ আহিল, তেতিয়া ঢেকিয়াল ফুকন আৰু ব্ৰন্সনে পৰস্পৰে আলোচনা কৰিলে। নগাঁৱৰ ব্ৰন্সন আৰু আন আন মিছন কেন্দ্ৰৰ মিছনেৰি কেয়োজনে অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম কৰাৰ পৰামৰ্শ আগ বঢ়াই মিল্‌ছলৈ কাগজ পঠিয়ায়। ফুকনৰ ফালৰপৰা এখন অস্ত্ৰ অস্ত্ৰ বিচাৰৰ সুদীৰ্ঘ স্মাৰক-পত্ৰ ('Observations on the Administration of the Province of Assam') দাখিল কৰা হ'ল; তাতে পঢ়াশালি আৰু আদালতৰ ভাষাৰ বিষয়ে সুন্দৰ যুক্তিৰে বিচাৰ কৰি তেওঁ অসমীয়া ভাষা পুনঃপ্ৰচলনৰ পোষকতা কৰে। মিল্‌ছ্‌ চাহাবে তেওঁৰ প্ৰতিবেদনত (১৮৫৪) ড. ব্ৰাউনক the best scholar in the Province বুলি অসমীয়া ভাষা যে সুন্দৰ আৰু সবল, আৰু বঙলাৰ লগত তাৰ যে মিলতকৈ অমিলহে অধিক, ব্ৰাউনৰ এনে মতৰ উদ্ধৃতি দি ক'লে, "I think we made a great mistake in directing that all business should be transacted in Bengallee, and that the Assamese must acquire it." মিল্‌ছে আনন্দৰামৰ নাম কৈ তেওঁ পৰামৰ্শ দিয়ামতে বঙলাৰ ঠাইত পঢ়াশালি-বোৰতো কাউঞ্চিল অব্ এডুকেচনে অসমীয়া চলাব লাগে বুলি স্পষ্ট মত প্ৰকাশ কৰিলে। কিন্তু কলিকতাৰ প্ৰশাসন-যন্ত্ৰই সিমানতো কুবুং-কাৰাং কৰাৰ কোনো লক্ষণ দেখা নগ'ল; কাউঞ্চিল অব্ এডুকেচনো ব'ল অসৰ-অচৰ হৈ। আনন্দৰামে নিজৰ নাম নিদি A [illegible]ative বুলি স্বাক্ষৰত *A Few Remarks on the Assamese Language and on Vernacular Education in Assam* নামে এখনি পুথি প্ৰকাশ কৰিলে ১৮৫৫-ত। এইটো অৰ্থপূৰ্ণ কথা যে কিৰ্ত্তাপথন্ন শি. [illegible] আমেৰিকান বেপ্টিষ্ট মিছন প্ৰেছত মুদ্ৰিত হৈছিল। এই পুথিয়েও কলিকতাৰ লেডিয়াধানৰ বিৰাট বপুক কাতি-কুতা

কৰাব নোৱাৰিলে। ১৬ জুন ১৮৫৯ তাৰিখে আনন্দৰামৰ অকাল মৃত্যু ঘটে। তেওঁ সৰ্বান্তঃকৰণে আশা কৰামতে অসমীয়া ভাষাৰ পুনঃসংস্থাপন দেখা নাপালে। অসুখত মৃত্যুৰ আগদিনা চাকি লগোৱা পৰ্যন্ত-পৰা তেওঁ অসমীয়া কথা নকৈছিল ; যি কৈছিল তাৰ কিছু বঙলা আৰু কিছু সংস্কৃত, মাজে মাজে ইংৰাজী বা হিন্দী। তেওঁৰ সকলো চেষ্টা ব্যৰ্থ কৰি মাতৃভাষা লৈ তেওঁৰ আশা-ভাৰসা তেওঁৰ লগতে গ'ল দেখি এনে হৈছিলনেকি ?

**শেষ ৰণত অসমীয়া ভাষাৰ ৰক্ষাৰ হকে ব্ৰন্সন আদিৰ সুদক্ষ ৰণ-কৌশল :**

উনত্ৰিছ-বছৰীয়া প্ৰতিভাৱান আনন্দৰামক মৰণে হৰণ কৰি নিলে। তাৰ চাৰি বছৰ আগতে আমেৰিকাৰ মিছন কৰ্তৃপক্ষৰ অসংগত মনোভাৱৰ হেতুকে ডক্টৰ ব্ৰাউনে অসম দেশ এৰিব লগীয়া হ'ল। এতিয়া থাকিল মাথোন ডক্টৰ ব্ৰন্সন তীখাৰে গঢ়া এটা মন লৈ। তদুপৰি. শিৱসাগৰত থকা মিছনেৰি-সকলো ভাষাৰ বিষয়ত সক্ৰিয় হৈ উঠিল। এই মিছনেৰিসকল আৰু ব্ৰন্সনে নিজে এক আন্দোলন আৰম্ভ কৰি দিলে অসমীয়া ভাষাৰ হৈ. আৰু সেই আন্দোলনৰ লগত স্থানীয় লোকসকলক মুৰুলিকৈ জড়িত কৰা হ'ল। শিৱসাগৰ, নগাঁও আদি চাৰিওফালে অসমীয়া পুনঃপ্ৰচলনৰ হকে ৰাজহুৱা স্মাৰকপত্ৰ চৰকাৰলৈ গ'ল। এই কৌশলৰ উপৰিও ব্ৰন্সন ছাহাবে প্ৰয়োগ কৰা আৰু এটি কৌশলৰ কথা অলপ দিন আগতে ৰেভাৰেণ্ড এফ্. এছ্. ডাউন্সৰ হাতলৈ অহা ব্ৰন্সনৰ হাতৰ কিছু কাগজপত্ৰৰপৰা (তাক Bronson Papers নাম দি লোৱা হৈছে) জানিব পৰা গৈছে। মিল্স্ ছাহাবে অসমৰ প্ৰশাসনৰ বিষয়ে ১৮৫৩তে নানা অনুসন্ধান কৰি কলিকতালৈ গৈ চৰকাৰত প্ৰতিবেদন দাখিল কৰিলে। সেই প্ৰতিবেদনত বঙলা গুচাই অসমত অসমীয়া পুনঃপ্ৰৱৰ্তন কৰাৰ যুক্তিপূৰ্ণ পৰামৰ্শ আগ বঢ়ালে। কিন্তু সেয়া কাৰ্যত ফলিবৰ কোনো আগন্তুক দেখা নগ'ল। অসমৰ স্কুলবোৰৰ পৰিদৰ্শক আৰু এই দেশৰ শিক্ষাৰ হৰ্তা-কৰ্তা বিধতা উইলিয়াম ৰবিন্সন সেই সময়তে কলিকতাৰপৰা পাক মাৰি আহিলগৈ। তেওঁৰপৰা যি বুজ পোৱা গ'ল, ভাষা-নীতিৰ পৰিৱৰ্তন হোৱাৰ কোনো আশা নাই। ৰবিন্সনে কলিকতাত পাকটো মাৰি আহোঁতে এই বিষয়ত যেন কিবা ভাঁউৰি-পাক লগাই থৈ আহিল আৰু তাৰ ফলতে যেন মিল্সৰ কৰ্তৃত্বশীল অনুমোদনো শক্তিহীন মন্ত্ৰ মাথোনত পৰিণত হ'ল—এনে এক সন্দেহৰ ভাবে বোধ হয় ব্ৰন্সনসকলৰ মনত উগুল-থুগুল লগাবলৈ ধৰিলে। ব্ৰন্সনেই বোধ হয় এটি সুবুধি পাঙি উলিয়ালে। তেওঁ অসমত বঙলা ভাষাৰ প্ৰচলনক বাহাল ৰখাৰ পক্ষপাতী ঘাই উকীল ৰবিন্সনক ১৮৫৪ৰ মাজভাগত এটা অনুৰোধ জনালে, তেওঁ যেন নিজ পক্ষ সমৰ্থন কৰি এটা টোকা প্ৰস্তুত কৰি দিয়ে। সেই অনুসৰি ৰবিন্সনে 'Some remarks in defence of the use of Bengali in the Government Schools in Assam' নামে টোকা তৈয়াৰ কৰি ৩১ আগস্টত ব্ৰন্সনলৈ পঠিয়ালে। ব্ৰাউন ছাহাব তেতিয়াও শিৱসাগৰতে আছিল ; ব্ৰন্সনে তেওঁক, গুৱাহাটীত থকা ডেনফোৰ্থ আৰু উইলিয়াম্ ৱাৰ্ডক আৰু নগাঁৱত থকা ইৰা জে. স্টোডাৰ্ডক ৰবিন্সনৰ টোকাটো দি নিজৰ মন্তব্য লিখিতভাৱে দাখিল ধৰিবলৈ ক'লে। নৱেম্বৰৰ প্ৰথম সপ্তাহতে এই চাৰিওজন মিছনেৰিৰপৰা ৰবিন্সনৰ যুক্তিৰ প্ৰতিযুক্তিৰে পত্ৰ পোৱা গ'ল। ৮ নৱেম্বৰ তাৰিখে ব্ৰন্সনে ৰবিন্সনলৈ লেখিলে অৰ্থপূৰ্ণভাৱে, "I am given to understand that previously, as also during your late visit to Cal. your opinion was solicited, whether the Assamese or Bengali is the better medium of education for the Assamese race, and you gave your voice in favour of still suppressing their language—which opinion influenced the Council of Education during the whole period of its administration, and in the absence of further information must necessarily still induce the Govt. to disfavour the Assamese as the most fitting medium for the proposed scheme of vernacular education, it seems therefore but proper and fair that your reasons as given in your paper should be laid before the

Govt. together with the very serious objections against them." ইয়াৰ অৰ্থ হ'ল : 'ৰবিন্সন, তুমিয়ে যত কূটৰ ঘাই, অসমে ন্যায্য প্ৰাপ্য নোপোৱাৰ গুৰিৰ ঘাই কলি।' ব্ৰন্সনে ৰবিন্সনৰ Remarks, আৰু চাৰিজন মিছনেৰিয়ে সেই Remarks-অৰ সমালোচনা কৰা চিঠি লগত গুঁঠি দি বংগৰ লেফটেনাণ্ট-গবৰ্নৰ ফ্ৰেডাৰিক্ জেমছ্ হালিডেলৈ অসমীয়া ভাষা পুনঃপ্ৰচলনৰ হকে সুন্দৰ যুক্তি দেখুৱাই দেখুৱাই ১৩ নৱেম্বৰত এখন আৰ্জি পঠিয়ালে ; আৰু এতিয়া বংগৰ লেজিছ্‌লেটিভ্ কাউন্সিলৰ সদস্য হোৱা মিলছলৈও লেখিলে এখন চিঠি। কিন্তু উদাৰমনা ব্ৰন্সনে শিয়ালৰ কাষত মগুহৰ ভাৰ দি, উদক ডেঁঠা-ৰখীয়া দি আৰ্জিখন পঠালে অসমীয়া ভাষাৰ শত্ৰু ৰবিন্সনৰ যোগেদি তেওঁৰ আৰু কিবা বক্তব্য থাকিলে তাকো লগতে যাতে কৰ্তৃপক্ষলৈ পঠাব পাৰে! ব্ৰন্সনৰ এই কৌশল বাঞ্ছিত পথেদি গৈছিল নে নাই, তাক আজি ক'ব পৰা নগ'ল। তেওঁৰ আৰ্জি আৰু আন নথিবোৰ হালিডেৰ হাতত পৰিলেগৈ নে বাটতে তাক নিগনিয়ে কুটিলে, বা হালিডেৰ হাতত পৰি, অলপ পৰলৈ হ'লেও তেওঁৰ মনোযোগ আকৰ্ষণ কৰিছিল নে সিবোৰক পেলনচন্দ্ৰ কাকতী ওৰফে ৱেস্ট্‌পেপাৰ্ বাস্কেটক সমৰ্পণ কৰা হ'ল, তাক আমি ক'ব পৰাকৈ কোনো অভিলেখ দৃষ্টিপথলৈ অহা নাই। ব্ৰন্সনে কিন্তু নিশ্চয় বিষয়টো আনন্দৰাম ফুকনৰ লগত গভীৰভাৱে আলোচনা কৰিছিল। ফুকনৰ পৰামৰ্শ প্ৰায় আখৰে আখৰে গ্ৰহণ কৰি মিলেছ দিয়া অনুমোদন যেতিয়া বংগ চৰকাৰ আৰু কাউন্সিল্ অৱ্ এডুকেচনে অৱহেলা কৰাটো স্পষ্ট হ'ল, তেতিয়া ফুকনে ব্ৰন্সনেৰে মন্ত্ৰা-পিতা কৰি *A Few Remarks on the Assamese Language and on Vernacular Education in Assam* ৰচনা কৰিলে আৰু শিৱসাগৰ বেপ্টিস্ট মিছন প্ৰেছৰ পৰা এশ কপি ছপাই উলিয়াই চৰকাৰৰ ঘৰ আৰু জনা-বুজা লোকৰ মাজত বিনামূলীয়াকৈ বিতৰণ কৰিলে। কিন্তু ক্ষুৰধাৰ যুক্তিৰ সেই ব্ৰহ্মাস্ত্ৰও ব্যৰ্থতাৰ পথৰে পথিক হ'ল।

মিছনেৰিসকল কিন্তু সহজে যুঁজখন এৰি দিয়া বিধৰ ভকত নাছিল। "অৰুণোদই"ত অসমীয়া ভাষা লৈ আৰু অসমীয়া বঙলাৰ তুলনাৰে দুই-এটি সৰু লেখা অতি পাতলকৈ উলিওৱা হৈছিল। এতিয়া সেই বহল প্ৰচাৰিত পত্ৰিকাৰ পাত অসমীয়া পণ্ডিতৰ অসমীয়া ভাষাৰ হকে দিয়া যুক্তিৰ বাবে মুকলি কৰি দিয়া হ'ল।[1] ২৫ মেই ১৮৫৫ তাৰিখে ব্ৰন্সনে কলিকতাৰ *Friend of India* (আজি-কালি যাক *Statesman* বোলা হয়) বাতৰি-কাকতত অসমীয়া ভাষাৰ হৈ ওকালতি কৰি এখন চিঠি দিয়ে ঘন যুক্তি দি। ১০ মেইৰ কাকতখনত 'Progress of the Education Scheme at this Presidency'-শীৰ্ষক এটা সম্পাদকীয় প্ৰবন্ধ ওলায়। তাৰ সূত্ৰ ধৰি ব্ৰন্সনে অসমৰ শিক্ষাৰ বিষয়ে কথা উলিয়াই লৈ কয় যে দেশৰ আন আন ঠাইৰ দৰে অসমতো শিক্ষাৰ অগ্ৰগতি হোৱা নাই। তাৰ পিছত ভাষাৰ কথা : "You are aware that the Assamese, like all other people, have a *mother tongue* ; and you will not have forgotten that the venerable Dr Carey, who put forth the first efforts to benefit the Assamese, found it necessary to employ that medium, as his translations of the Assamese Scriptures and other works abundantly show. At a later period also, when the Serampore Mission appointed Messrs. Robinson and Rae to Assam, their opinion as to the necessity to use the Assamese Language is evident from their having revised and printed St. Luke's Gospel and other works in Assamese." আন লোকসকলে নিজ মাতৃভাষা ভাল পোৱা দৰেই অসমীয়া মানুহে অসমীয়া ভাষা ভাল পায়। শিক্ষিত অসমীয়া কেইজনমান

[1] আগষ্ট ১৮৫৩ত আৰু ফেব্ৰুৱাৰী ১৮৫৪ত ওলোৱা 'কলিকতা নগৰত থকা এজন অচমিয়া লোক'ৰ (গুণাভিৰাম) পত্ৰত অসমীয়া লোকে অসমীয়া ভাষা শিকা উচিত, অসমীয়া ভাষা বঙলাৰপৰা স্বতন্ত্ৰ—এনেবোৰ বিষয় আলোচিত হৈছিল। তেওঁৰ 'অচমিয়া ভাষা' (ডিচেম্বৰ ১৮৫৫) প্ৰবন্ধত স্পষ্টতৰভাৱে স্বতন্ত্ৰ অসমীয়া-বৃত্তৰ প্ৰশ্নৰ ওপৰত চপা হৈছিল। পূৰ্ণানন্দ সৰ্মাৰ 'অসমীয়া ভাষাৰ কথা' (মাৰ্চ ১৮৫৬), জি. ৰ.-ৰ (গুণাভিৰাম) 'মাতৃ ভাষাৰ শক্তি' (মাৰ্চ ১৮৫৭) আদি লেখাত স্থানীয় লোকসকলৰ অনুভূতি প্ৰকাশ পাবলৈ ধৰে।"

অসমীয়া ভাষাত পাঠ্য পুথি প্ৰণয়ন কৰাত প্ৰবৃত্ত হৈছেই। সৰ্বসাধাৰণৰ মাজত প্ৰচলিত সৰাতো সৰ্বজনপ্ৰিয় ধৰ্মৰ গ্ৰন্থবোৰ শ্ৰীশঙ্কৰ পুৰুষে ৰচনা কৰা। "What is the secret of these books being so popular as to be found in almost every house, and on every tongue ? Simply this, that Shri Hungkor struck for the masses. He came down to the level of the people, and translated from the Sanskrit these portions of the Hindu sacred books, and presented them to the people in their own familiar dialect. Relieved of a foreign tongue, and from difficult and abstruse terms, the people could now chant the praises of their gods in the familiar language of childhood. They took among them like wild-fire, and are to this day increasingly popular." আমেৰিকান বেপ্টিস্ট মিছন সমাজৰ স্কুলত বঙলা ভাষা আৰু বঙালী পণ্ডিত দি দেখা পোৱা গৈছিল, দুইটা বস্তুৱেই কামত নালাগে. "The two languages in their inflections, modes, affixes, prefixes, spelling, and above all pronunciation are so different that Bengali is to an Assamese what Latin and French are to an English school boy." শেষ ছেদত বিচাৰপতি মিল্‌চৰ অনুমোদনৰ উল্লেখ কৰি ব্ৰন্সনে সুধিছে, "Will this recommendation of Judge Mills be adopted in the forthcoming scheme ? Many are waiting with no small solicitude for the result." *The Friend of India*ৰ সম্পাদকে অতি স্পষ্ট আৰু শক্তিশালী ভাষাত অসমীয়া ভাষাৰ প্ৰচলন সমৰ্থন কৰি সম্পাদকীয় প্ৰবন্ধ লেখে। তেওঁ সাহসেৰে আৰু বিশ্বাসেৰে কয়, "The Assamese is not a mere provincial speech, like the Yorkshire or Wiltshire patois in England, or the Gascon or Briton patois in France, or the Chittagong and Sylhet patois in Bengal ; it is a written and printed language." ব্ৰন্সনৰ যুক্তিৰ ধাৰাত আগ বাঢ়ি সম্পাদকদেৱে সিদ্ধান্ত দিবৰ যত্ন কৰে : "and it must be the language through which the elements of knowledge are communicated, if ever, to the great body of the people."

মিছনেৰিসকলে আৰু এটি কৰ্ম কৰিলে। সিসকলৰ স্কুলত অসমীয়া কিতাপৰ অভাৱত বঙলা পুথি ব্যৱহাৰ কৰা হৈছিল। ১৮৫৪ জনৰ জানুৱাৰীত আমেৰিকাৰ বোৰ্ডৰ ফৰেইন্ ছেক্ৰেটাৰি ডক্টৰ ছলোমন পেকৰ লগত আন কথাৰ লগতে এই কথাও আলোচনা কৰাত সিদ্ধান্ত কৰা হ'ল যে পঢ়াশালিত বঙলা বন্ধ কৰি দিব লাগে, তেতিয়াহে যদি অসমীয়াত পুথি ওলাবলৈ ধৰে। ১৮৬৭ ছনত ডক্টৰ ব্ৰন্সনৰ "অচমিয়া আৰু ইংৰাজি অভিধান"ৰ প্ৰকাশ হোৱাত অসমীয়া ভাষাৰ হকে যুক্তিৰ এক অটল ভিত্তি নিৰ্মিত হ'ল। ষষ্ঠ দশকৰ মাজতেই কিন্তু জৰে-খৰে ধৰি মিছনেৰিসকলৰ বল কমাইছিল, চিপাহী বিদ্ৰোহে'ও তেওঁলোকৰ কামত আমনি কৰিছিল। মিছনৰ প্ৰতিষ্ঠাপক, ভাষা-পণ্ডিত ডক্টৰ ব্ৰাউন অসুখৰ কাৰণে আৰু আমেৰিকাৰ বোৰ্ডৰ লগত লগা খকা-খুন্দাৰ কাৰণে ১৮৫৬ত অসম এৰিলে। নবেম্বৰ ১৮৫৭ত ব্ৰন্সনো ভগ্ন স্বাস্থ্যৰ পৰিত্ৰাণ লৈ ঘৰলৈ যাব লগীয়া হ'ল। শেহত ১৮৫৮ত গোটেই অসমত আপেক্ষিক-ভাৱে নতুন এজন মিছনেৰি, এছ্. ডব্লিউ. হোৱাইটিং মাথোন বৈছিল। ভাগ্যে ১৮৬১ত ব্ৰন্সন আকৌ অসমলৈ আহিল আৰু সদ্যঃসমাপ্ত দশকটোৰ বিখন ভাষা-যুদ্ধত আনন্দৰাম ফুকনে সৈতে মিছনেৰিসকল হাৰিছিল, সেই যুদ্ধৰ বাবে পুনৰ প্ৰেম ধৰি নাও-নাওৰা গোটাবলৈ আৰু ঘাটি তৈয়াৰ কৰাত লাগি গ'ল। ইতিমধ্যেই ফুকনৰ মৃত্যু ঘটিছিল : কিন্তু তেওঁৰ *Few Remarks* পুথিখনত তেওঁৰ যোদ্ধা আত্মাটি বৈ গ'ল। বাৰ বছৰৰ কঠোৰ পৰিশ্ৰমৰ ফল ব্ৰন্সনৰ "অচমিয়া আৰু ইংৰাজি অভিধান" (১৮৬৭) নতুন ৰণখনৰ এক দেৱবো অভেদ্য বেহু হ'ল। অসমীয়া ভাষাৰ অচলপ্ৰতিষ্ঠতা ঘোষণা কৰি ব্ৰন্সনে অভিধানৰ

'আভাস'ত ক'লে ঃ

> সকলো জাতি আৰু মানুহৰ মাজত নিজ মাত্রি ভাসা আদৰনিয়। সেয়ে জিমান কি খিন আৰু অসোভিত নহওক, তেও আপোন ভাসা বুলি নেৰে। ৰন বিগ্রহ, ৰাজ্য ভগা আৰু নতুন ৰাজ্য পতা, এনে দুৰ্ঘটনাৰ পৰা, বা নানা বিদেসি ভাসা সিকাতে মাত্রি ভাসাক গুচাব নোআৰে। আমাৰ এই অচম দেসত ইয়াৰ প্রমান দেখা গৈচে। পুৰ্বে আহোম ৰজাসকলে এই দেস জই কৰি, স স বচৰ ভোগ কৰিলে। তেঁওবিলাকৰ ভাসা খাম্‌তি জাতিৰ সমন্ধিয় এক ভাসা আচিল; কিন্তু এয়ে অতি আচৰিত জে ৰজা সকলৰ ভাসাই অচমিয়া ভাসাৰ একো হানি নকৰি, এতিয়া প্রাই সেই ভাসা আপুনি লোপ হল। এই দৰে, মান আৰু মচলমানৰ সৈন্যে বাৰে বাৰে এই দেসত ৰন কৰি দেসৰ বহু উতপাত কৰিলে। তথাপি ভাসাৰ একো লৰ নহল। আৰু বৰ্তমান কালত এই দেস ইংলণ্ডিয়সকলৰ অধিন হোআত, তেওঁবিলাকে অচমিয়া ভাসাৰ প্রতি বিসেস সহাই নঁহে, বঙ্গালি ভাসাক নিজ মাত্রি ভাসা বুলি, গবৰ্নমেণ্টৰ সকলো কৰম আৰু স্কুল আদিতো সেই ভাসাকে বেৱহাৰ কৰে; তাতে আমাৰ অচমিয়া মানুহৰ এভাগে জিবিকাৰ উপাইৰ নিমিতে বহু স্রমেৰে বিদেসি ভাসা সিকে, আৰু কিচু বঙ্গালি কথা লিখিব বুজিব পাৰিলে, কাচাৰিলৈ গৈ, তাত বঙ্গালি অচমিয়া দুয়োকো মিহলাই আৰজি আদি লিখি জিবিকাৰ উলিয়াই। কাচাৰি ঘৰত দিনৰ দিন্টো হিন্দুস্থানি, বঙ্গালি আৰু কেতিয়াবা কিচু অচমিয়া কথাও মিহলাই কাম কাজ কৰে, কিন্তু আপোন ঘৰ পৰিয়াল পোআ মাত্রে, সুধ ৰূপে নিজ মাত্রি ভাসাৰে আলাপ কৰে। এইদৰে প্রাই ৬০ ত্রিচ বচৰ গল, কিন্তু অসমিয়া ভাসা ব্রহ্মপুত্র নদিৰ সোঁতৰ নিচিনাকৈ ৰাজ্যৰ মাজত একেদৰে চলি আচে, আৰু আগলৈকো চলিব।

অসমীয়া ভাষাৰ প্রতিষ্ঠাৰ দুৰ্গ-ৰূপী ব্রন্‌ছনৰ অভিধানৰ দেৱালতোযে ক'লা পৰুৱা বগাবৰ যত্ন কৰা নাছিল, এনে নহয়। অসমত বঙলা-প্রচলনৰ পক্ষীয়সকলে পৰিসংখ্যা (ভাষাৰ ৰূপ আৰু গঠনৰ বিষয়তযে পৰিসংখ্যা, statistics কি মাৰাত্মক পদাৰ্থ !!) বাহিৰ কৰিলে যে এই তথাকথিত অসমীয়া অভিধানৰ প্রথমৰ ৬৮৮টা শব্দৰ ভিতৰত ৫৯১টাই বঙলা। অৰ্থাৎ, বঙলা প্রৱাদত ক'বৰ দৰে ভূত জাৰিবলৈ লোৱা সৰিয়হমুঠিতে দেখোন ভূত সোমাই আছে !! এই আৱিষ্কাৰৰ কথা আৰু অভিধানখন এজন বিজ্ঞ বঙালী পণ্ডিত আৰু সুদক্ষ প্রশাসক ৰমেশচন্দ্র দত্তলৈ (আই. চি. এছ্‌. বিষয়া, তেতিয়া চৌৱিশ পৰগনাৰ এছিস্টেন্ট্‌ মেজিস্ট্রেট্‌ আৰু কলেক্টৰ) পঠিয়াই দিয়া হ'ল। তেওঁ অভিধানখনৰ ৬০ পিঠি পৰীক্ষা কৰি চালে; দেখিলে যে যিবোৰ শব্দ বঙলা বুলি চিনাক্ত কৰা হৈছে, সেইবোৰ সংস্কৃতৰপৰা লোৱা বস্তুহে। পৰিসংখ্যা-প্রয়োগৰ ভ্রম আঙুলিয়াই তেওঁ ক'লে, "I have only to add that marking the words of a dictionary might indicate a greater resemblance between the two vernaculars than what actually exists, for in a dictionary every word finds place only once, and in conversation as well as in books, the short, and I may say, familiar words are more frequently used than the classical long-tailed words, and it is precisely in the short familiar words that the Bengallee totally differs from Assamese, while the classical words coming from the common parent Sanskrit are generally to be found in both the languages." তেওঁ সাধুতাৰে স্বীকাৰ কৰিলে, তেওঁ বাৰে বাৰে যত্ন কৰিও ব্রন্‌ছনৰ অসমীয়া 'আভাস'খনৰ অৰ্থকে উলিয়াব নোৱাৰিলে; লগতে এইটোও ক'লে, "I have known an educated young Assamese for many years, and I could never understand him when he spoke Assamese, or quoted from Assamese poetry."[১] মিছনেৰিসকলৰ মতৰ সপক্ষে দত্তৰ এই পত্র চৰকাৰৰ ঘৰত ডাঙৰ শক্তি হ'ল।

[১] ৰমেশচন্দ্র দত্তৰ চিঠিখনৰ আংশিক উদ্ধৃতি ডিম্বেশ্বৰ নেওগৰ "অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি"ৰ (১৮৬৩ শক) Appendix IX-হিচাপে সন্নিৱিষ্ট হৈছে। তাত চিঠিখনৰ তাৰিখ দিয়া হোৱা নাই। ১ এপ্রিল ১৮৭৩ তাৰিখে চিঠিৰ এটা নকল বংগ চৰকাৰে অসমৰ আয়ুক্তলৈ পঠাইছিল। দত্তৰ চিঠিৰ educated young Assameseজন বোধ হয় আনন্দৰাম বৰুৱা।

**জনমত-গঠনৰ অভিনৱ-অব্যৰ্থ কৌশল হ'ল আন্দোলনৰ ব্ৰহ্মাস্ত্ৰ ঃ**

ব্ৰন্ছনৰ ৰণ-কৌশলৰ প্ৰধানটি হ'ল বাজহুৱা জনমত গঠন আৰু চৰকাৰৰ সমুখত দাবী-উত্থাপন। দেখা যায়, এই আধুনিক প্ৰক্ৰিয়াই আটাইতকৈ ফল-প্ৰসূ হৈছিল। ইয়াৰ এটি ভাল উদাহৰণ অসম চৰকাৰৰ অভিলেখ-কক্ষত সংৰক্ষিত ৯ মাৰ্চ ১৮৭২ তাৰিখে ব্ৰন্ছনৰে নেতৃত্বত ২১৬ জন শিক্ষিত অসমীয়া লোকে দিয়া এখনি স্মাৰক-পত্ৰ।[১] স্মাৰক-পত্ৰখনিক বোলা হৈছে The humble Memorial of the Assamese Community at Nowgong, Assam আৰু ব্ৰন্ছনৰ দস্তখতৰ তলত পদবী দিয়া হৈছে President of the Committee (নে Community) বুলি। আন চহীবোৰৰ ভিতৰত কেইটামান নাম চকুত লগা ঃ Roodra Ram (সম্ভৱতঃ অৰুনোদই'ৰ গ্ৰাহক আৰু "বঙ্গাল-বঙ্গালনী নাটক"ৰ নাট্যকাৰ ৰুদ্ৰৰাম বৰদলৈয়েই), শ্ৰীৰাতীয়া কোচ, K. E. Neighbor, Goonabhi Ram (দেখাতে গুণাভিৰাম বৰুৱা, এওঁৱেই সম্ভৱতঃ কলিকতাৰপৰা "অৰুনোদই"লৈ ছখন চিঠি লেখা 'কলিকতা নগৰত থকা এজন অচিনিয়া লোক' ঃ মেই, জুলাই, আগষ্ট, অক্টোবৰ ১৯৫৩, জানুআৰি, জুলাই ১৯৫৪—চিঠিবোৰত শিক্ষাৰ ফালে উদৰ্গানি আৰু অসমীয়া-বঙলা প্ৰশ্নৰ সামান্য পৰশ ঘাই বিষয়-বস্তু), Futtick Chandra (ফটিকচন্দ্ৰ বৰুৱা ?), Kofeeanuddin Ahmed, শ্ৰীপদ্ম হাস গোস্বামী, শ্ৰীভদ্ৰকান্ত ইনস্‌পেক্টৰ, শ্ৰীজানকীনাথ সেন উকীল, শ্ৰীৰামলোচন সেন, শ্ৰীজীবদা দেব্যা, শ্ৰীলক্ষ্মীপ্ৰিয়া দেব্যা, শ্ৰীখগেশ্বৰি দাষ্যা। সহজে অনুমান কৰিব পাৰি যে একে ধৰণ-ধাৰণৰ স্মাৰক-পত্ৰ মিছনেৰিসকলৰ নেতৃত্বত অসমৰ অন্য ঠাইৰপৰা গৈ বংগৰ লেফ্‌টেনাণ্ট-গৱনৰৰ দুৱাৰত ঠুৰ্‌ঠুকি দিছিলগৈ। স্মাৰক-পত্ৰখনৰ লগত আনন্দৰামৰ *Few Remarks* পুথিখন গুঁঠি দিয়া হৈছিল। আৰু মন কৰিব লগীয়া ইতিমধ্যে প্ৰকাশিত ব্ৰন্ছনৰ অভিধান, ডেকা-বৰুৱা হেমচন্দ্ৰৰ "অসমীয়া ব্যাকৰণ", "কানীয়া-কীৰ্ত্তন" "কোৰাভাতুৰী", গুণাভিৰামৰ "ৰামনৱমী", ৰুদ্ৰৰামৰ "বঙ্গাল-বঙ্গালনী", বলৰামৰ "ভ্ৰমান্ধ নাটক", কেফায়ৎ উল্লাৰ এখনি পুথি ("ৰাঙ্গলী পুথি ১") আদি ফুকনৰ পুথিৰ পিছত নকৈ প্ৰকাশ হোৱা প্ৰকাশনবোৰৰ নাম যোগ দিয়া হৈছিল।[২] নকৈ এখন অসমীয়া সম্বাদ-পত্ৰৰ কথাও কোৱা হৈছে—সম্ভৱতঃ আউনিআটী সত্ৰাধিকাৰৰ ধৰ্মপ্ৰকাশ-যন্ত্ৰৰপৰা ওলোৱা "আসাম-বিলাসিনী" (১৮৭১-৮৩) কাকতকে বুজাইছে। এই সকলোৱেই নিশ্চয় চৰকাৰৰ মনত ন আৰু দ সাঁচ বহুৱাব পাৰিছিল।

**অসমীয়া ভাষাৰ ৰণ-জয়ৰ বিকৃগানঃ**

স্মাৰক পত্ৰবোৰেই চৰকাৰৰ ভ্ৰম অপনোদন কৰা মহৌষধি-স্বৰূপ হ'ল। এই কথা বংগৰ লেফ্‌টেনাণ্ট্‌-গৱৰ্নৰৰ আদেশানুসাৰে চৰকাৰৰ জেনেৰেল ডিপাৰ্টমেণ্টৰ (এডুকেচন) ১৯ এপ্ৰিল ১৮৭৩ৰ সিদ্ধান্তত (resolution) প্ৰকট হৈ ওলাল। সেই সিদ্ধান্ত-পত্ৰত কোৱা হৈছে যে বহুত বছৰ ধৰি অসমৰ স্কুল-কাছাৰীত বঙলাই চলা উচিত নে অসমীয়াই চলা উচিত, এই লৈ হোৱা মতবিৰোধ লাট বাহাদুৰে লক্ষ্য কৰি আহিছে। তাৰ পিছত মিল্‌ছ্‌ ছাহাবে ব্ৰাউন আৰু আনন্দৰামৰ মত সমৰ্থন কৰি এই বিষয়ত অসমীয়াৰ পুনঃসংস্থাপন অনুমোদন কৰাৰ উল্লেখ কৰা হৈছে আৰু বৰ্তমান আলোড়নৰ বিষয়ে কোৱা হৈছে,— "Since Mr. Mills and Anundaram Phookun wrote in 1853, more or less agitation has gone on time to time for the recognition of Assamese as the language of the courts ; the missionary and indigenous schools have

---

[১] File No 471 ; Assamese Language : 1872-73, Assam Secretariat Record Room, Dispur.

[২] আমি অলপ পিছতে ভূমিকাৰ শেষ ভাগত দেখা পাম যে ব্ৰন্ছনে এক ৰণ-কৌশল-ৰূপে আৰু এটি কৰ্ম কৰিলে। সেয়া হ'ল খ্ৰীষ্টিয়ান লেখকসকল আৰু "অৰুনোদয়" মানি চলা জাদুৰাম-ব্ৰাউনৰ সৰলীকৃত, সমীকৃত, বাস্তৱবাদী বৰ্ণবিন্যাস ত্যাগ কৰি সংস্কৃতানুগামী বৰ্ণবিন্যাস গ্ৰহণ কৰাৰ নীতি-প্ৰৱৰ্তন। তেৱেঁ আমেৰিকাৰ বোৰ্ডলৈ সেই পৰামৰ্শ আগ বঢ়ায় আৰু সেইমতেই আন কি ১৮৬১-ৰপৰা "অৰুনোদই"খন "অৰুনোদই" ওচি "অৰুণোদয়" হৈ পৰে। এই কৌশল-অৱলম্বনৰ দ্বাৰা ব্ৰন্ছনে ভাষা-আন্দোলনত স্থানীয় পণ্ডিতসকলৰ যোগদান সহজ কৰি তুলিলে।

continued to teach Assamese ; one or more vernacular newspapers, calling themselves Assamese, have sprung up." মাজতে অস্থায়ী কমিছনাৰ কৰ্ণেল হাফ্টনে কাছাৰীত অসমীয়া চলাব লাগে বুলি কৈছিল ; বংগ ছৰকাৰে তেওঁৰ কথা নামানিলে ; কিন্তু বংগৰ চিভিলিয়ান কৰ্মচাৰীসকলে যেনেকৈ বঙলাত আৰু উত্তৰ ভাৰতবসকলে (তেতিয়াৰ North-Western Provinces) হিন্দুস্থানীত পৰীক্ষা দিব লাগে, ইতিমধ্যে অসমৰ বিষয়াসকলে অসমীয়াৰ পৰীক্ষা দিয়াটো নিয়ম কৰি বন্ধা হৈছিল। "Recently memorials from different parts of Assam have been presented to the Lieutenant-Governor upon the subject.... The facts and memorials of the last few years have shown that the Assamese language is still the vernacular of the people." লেফটেনান্ট-গবৰ্নৰে সেই দেখি অসমৰ ভৈয়ামৰ বিভিন্ন উচ্চপদস্থ কৰ্মচাৰীসকলৰপৰা (উপায়ুক্ত, মহকুমাধিপতি আদি) প্ৰশ্নটোৰ সম্পৰ্কে বিশদ বিপোৰ্ট বিচাৰিলে। আয়ুক্ত কৰ্নেল হপ্‌কিন্সন বঙলাৰ পক্ষপাতী ; কিন্তু বেছি ভাগ উপায়ুক্ত আৰু অভিজ্ঞ সহকাৰী আয়ুক্তসকলে অসমীয়াৰ পক্ষেই মত দিলে ; কেৱল কম অভিজ্ঞতা থকা-সকলেহে আৰু গোৱালপাৰাত কাম কৰা এ. ই. কেম্প্‌বেলেহে বঙলাকে ৰাখিব লাগে বুলিলে। এই সকলো বিচাৰ কৰি প্ৰাথমিক পঢ়াশালিবোৰত বঙলা গুচাই অসমীয়া পঢ়াবলৈ ঠিক কৰা হ'ল, মজলীয়া পঢ়াশালি আৰু উচ্চতৰ পঢ়াশালিৰ তল শ্ৰেণীবোৰতো একেই ব্যৱস্থা হ'ল। ২৫ জুলাই ১৮৭৩ তাৰিখে ১৮৩৭ৰ ২৯ আইন (যি আইনে সকাউঁণ্চিল গবৰ্নৰ-জেনেৰেলক ফাৰ্চী ভাষাৰ পৰিবৰ্তে প্ৰশাসনত আন বিশেষ ভাষা আৰু লিপি প্ৰবৰ্তন কৰাৰ ক্ষমতা দিছিল [১]) আৰু দণ্ডবিধি আইনৰ (Criminal Procedure Code) ৩৩৭ ধাৰা অনুসৰি লেফ্টেনান্ট-গবৰ্নৰৰ আদেশত কামৰূপ, দৰং, নগাঁও, শিৱসাগৰ আৰু লখীমপুৰ জিলাৰ বিচাৰালয় আৰু ৰাজস্বৰ সকলো কৰ্মতে অসমীয়া ভাষা চলাবৰ নিয়ম জাৰি কৰা হয়। ইয়াৰ লগে লগে কুৰি বছৰে চলোৱা ৰণথনৰ সুসমাপ্তি ঘটিল ; অসমীয়া ভাষাৰ প্ৰতি বিৰূপ মনোভাৱৰ হেন্‌ৰি হপ্‌কিন্সনে লেবেৰা-হতীয়াকৈ বেপ্টিষ্টসকলক প্ৰশংসাবাদ কৰিলে—the Seebsagur Missionaries to whom we are chiefly indebted for the agitation in favor of the creation of an Assamese language.

**মঙ্গল-সাধনৰ মাধ্যম অৰুণোদই :**

বেপ্টিষ্টসকলৰ অসমৰ মঙ্গল-চিন্তাৰ প্ৰধান মাধ্যম হৈছিল "অৰুনোদই" সম্বাদপত্ৰ আৰু গিয়ান-ভণ্ডাৰ। ১৮৪৬ খ্ৰীস্টাব্দৰ জানুৱাৰীত শিৱসাগৰৰ বেপ্টিস্ট মিছন প্ৰেছৰপৰা "অৰুনোদই" ওলাবলৈ আৰম্ভ কৰে মাহে মাহে। কাকতখনৰ উদ্যোক্তাসকলৰ সমুখত আদৰ্শ-ৰূপে আছিল ইতিমধ্যেই কলিকতাত সুপ্ৰতিষ্ঠিত পত্ৰিকা-সমূহ। তাৰ ভিতৰত ২৩ মেই ১৮১৮ শনিবাৰে প্ৰথম প্ৰকাশিত ব্ৰিটিংশ বেপ্টিস্ট-সকলৰ "সমাচাৰ দৰ্পণে" অসমত বিশেষ প্ৰচাৰ লাভ কৰিছিল। "অৰুনোদই"ৰ কোনো কোনো ঠাইত 'সমাচাৰ দৰ্পণ' কথাটোৱেই সাধাৰণ পত্ৰিকা অৰ্থত ব্যৱহৃত হৈছে—অসমত যেনেকৈ "অৰুনোদই"ৰ প্ৰচলনৰ পিছত বহুত দিনলৈকে যেই কোনো আলোচনীকে সৰ্বসাধাৰণে 'অৰুন্দই' বুলিছিল। "অৰুনোদই"ৰ আৰ্হিনত এই "সমাচাৰ দৰ্পণে" নিশ্চয় এটা ভাল মডেলৰ দৰে কাম কৰিছিল। এই প্ৰসংগত সেই পত্ৰিকাৰ প্ৰাৰম্ভৰ সংকল্পৰ কথা স্মৰণ কৰিব পাৰি।—

"এই সমাচারের পত্র প্রতিসপ্তাহে ছাপান যাইবে। তাহার মধ্যে এই ২ সমাচার দেওয়া যাইবে।

১ এতদ্দেশের জজ ও কলেক্টর সাহেবদের ও অন্য রাজকর্ম্মাধ্যক্ষেরদের নিয়োগ।

২ শ্রীশ্রী যুত বড় সাহেব যে ২ নূতন আয়িন ও হুকুম প্রভৃতি প্রকাশ করিবে।

৩ ইংলণ্ড ও ইউরোপের অন্য ২ প্রদেশ হইতে যে ২ নূতন সমাচার আইসে এবং এই দেশের নানা সমাচার।

৪ বাণিজ্যাদির নূতন বিবরণ।

[১] আনন্দৰাম *Anandaram Dhekiyal Phukan : Plea for Assam and Assamese*, (অসম সাহিত্য-সভা প্ৰকাশিত, ১৯৭৭) ৪৪ পিঠিত আইনখনৰ পূৰ্ণ পাঠ দিয়া হৈছে।

৫ লোকেরদের জন্ম ও বিবাহ ও মরণ প্রভৃতি ক্রিয়া।

৬ ইউরোপ দেশীয় লোককর্ত্তৃক যে ২ নূতন সৃষ্টি হইয়াছে সেই সকল পুস্তক হইতে ছাপান যাইবে এবং যে ২ নূতন পুস্তক মাসে ২ ইংলণ্ড হইতে আইসে সেই সকল পুস্তকে যে ২ নূতন শিল্প ও কলা প্রভৃতির বিবরণ থাকে তাহাও ছাপান যাইবে।

৭ এবং ভারতবর্ষের প্রাচীন ইতিহাস ও চিন্তা ও জ্ঞানবান লোক ও পুস্তক প্রভৃতির বিবরণ।"

"অৰুনোদই"ৰ বিষয়-বস্তুৰ পৰিসৰৰ লগত—"সমাচাৰ দৰ্পণ"ৰ এই প্ৰস্তাৱ তুলনা কৰিলে সহজে ধৰা পৰিব যে দুইখন কাকতৰ আদৰ্শ আৰু পৰিসৰ প্ৰায় একেই।

**পৃথিৱীৰ চাৰিও লুটিৰ বতৰা ঃ**

"অৰুনোদই"ৰ আৰম্ভণিৰ সংখ্যাতে কাকতখনৰ চৰিত্ৰৰ যি বৰ্ণনা দিয়া হয়, সিয়ে শেষলৈকে বাঁত থাকিল—"THE ORUNODOI, *A monthly Paper, devoted to Religion, Science and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam.*" এই কাকত অসমত স্থান লোৱা আমেৰিকান বেপ্‌টিস্ট মিছনৰ মুখপত্ৰ। গতিকে মিছনৰ বাচ্য আৰু বক্তব্য "অৰুনোদই"ৰ যোগে নিশ্চয় প্ৰকাশ হ'ব লগীয়া। কিন্তু তাতেই মিছনে কাকতখনৰ কাম শেষ হ'বলৈ নিদি পৃথিৱীৰ নানা 'ধৰমৰ কথা-বাৰ্ত্তা,' নতুন নতুন জ্ঞান-বিজ্ঞানৰ বিৱৰণ আৰু পৃথিৱীৰ প্ৰাচীন আৰু নব্য ঘটনাৱলীৰ সম্ভেদ এই মাসিক পত্ৰিকাৰ সম্বল কৰি দিছিল। প্ৰোটেস্টাণ্ট খ্ৰীস্ট-ধৰ্ম-প্ৰচাৰৰ কাৰণেই মিছনেৰিসকল অসমলৈ আহিছিল। সেই ধৰ্মৰ জগতৰ বাৰ্তাৰ প্ৰচাৰ, সেই ধৰ্মৰ স্তুতি-পাঠ আৰু সেই ধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন অৱশ্যেই তেওঁলোকৰ কৰ্তব্যৰ ভিতৰত। কিন্তু তাকেই তেওঁলোকে একমাত্ৰ কৰ্ম বুলি নলৈ অসম দেশত জ্ঞানৰ প্ৰচাৰত ব্ৰতী হৈছিল আৰু আধুনিক ধাৰাত অসমীয়া পাঠকসকলৰ মানসিক দিগন্তৰ প্ৰসাৰ ঘটাইছিল। 'অনেক দেসৰ সম্বাদ' "অৰুনোদই"ৰ এটি স্থায়ী শিৰোনামা। তাত অসমৰ গাঁও-ভুঁইকে ধৰি বিদেশ-বিভুঁইৰ নানা বতৰা একত্ৰিত কৰা হৈছিল। নানা মাৰি-মৰক, অপঘাত মৃত্যু, হত্যাকাণ্ড, চুৰি-ডকাইতি, মৰামৰি-কটাকটি আদি চাঞ্চল্যকৰ ঘটনা, বনৰীয়া মহ্-বাঘ আদিৰ আক্ৰমণৰ কথা, জুই, বতাহ-ধুমুহা, বজ্ৰপাত আদি প্ৰকৃতিৰ প্ৰলয়ঙ্কৰী ৰূপৰ কথা, ভুঁইকঁপ বানপানীৰ নিগ্ৰহ, কোনোবা দেশৰ আগ্নেয়-গিৰিৰ (তেতিয়াও সেই নাম অৱশ্যে কোনোৱে শুনা নাই) উদ্‌গিৰণ, জাহাজ ভগা বা বুৰ যোৱা খবৰ, দূৰ আকাশত নেজাল তৰা ওলোৱা বতৰা, ৰেল-জাহাজ আদি নতুন বাহনৰ খবৰ, বিজ্ঞানৰ অদ্ভুত আৱিষ্কাৰৰ বাৰ্তা—এই সকলোবোৰ এজন "অৰুনোদই"-পাঠকৰ ওচৰত থূপ খাইছিলহি। যিবোৰ যিবোৰ দেশৰপৰা এই খবৰবোৰ আহিছিল, তাৰ নাম তেওঁ আগতে শুনাই নাছিল—বিপুলা পৃথিৱীখনৰ এতিয়া দীঘ-পুতল, প্ৰজাৰ সংখ্যা আদিৰ লেখো এই অদ্ভুত "অৰুন্দই" কাকতত ওলাবলৈ ধৰিছিল। পৃথিৱীৰ 'বৰ্স' (বৰ্ষ) অৰ্থাৎ দেশবোৰৰ হিছাপ দিওঁতে নতুন বৰ্গমাইল শব্দ ব্যৱহাৰ কৰা হৈছিল আৰু তাকো বুজাই কোৱা হৈছিল—"বৰ্গমাইল সবদৰ অৰ্থ। জি ডোখৰ মাটি দিঘে পথালিএ সমানকৈ এড়াৰ বাট হই, তাক বৰ্গমাইল বোলে।" এই ব্যাখ্যা ১৮৪৯ ছনৰ অসমীয়া পাঠকে বুজিছিল ; আজি আমি সতকাই নুবুজোঁ। ইউৰপ বৰ্সৰ, আফ্ৰিকা বৰ্সৰ, আচিয়া বৰ্সৰ দেসবিলাক, আমেৰিকা দিপ, অষ্ট্ৰেলিয়া আদি পাচিফিকৰ মাজুলি—সকলো ঠাইৰে বতৰা "অৰুনোদয়ে" দিছিলহি ; গ্ৰেট ব্ৰিটন, ফ্ৰাঞ্চ দেস, ইস্পানিয়া, আইচলেণ্ড, নৰোৱেই, চুইদন, অষ্ট্ৰিয়া, অষ্ট্ৰিয়াৰ তল হঙ্গাৰি, তুৰুক দেস, বাবেৰিয়া, চাৰ্দিনিয়া, বুমিয়া দেস, হলণ্ড, আফ্ৰিকা বৰ্সৰ মিচৰ, মৰকো, আল্‌জেৰি আদি চিনাকি নাম হৈ পৰিছিল। ভাৰত বৰ্সৰ ভিতৰৰ কলিকতা, বম্বাই, ৰাজপুতনা, কাচিমিৰ (কাশ্মীৰ), পঞ্জাব, হাইদৰাবাদ, ডেৰা ঢোন জিলা, কটক নগৰ, পেস্যাৱৰ আদি আৰু বাহিৰৰ পাচি (পাৰস দেশ), আফঘানিস্থান, খেহ দেস (চীন), নেপাল, মান দেস আদিত কালি ঘটা ঘটনাৰ বতৰা "অৰুনোদই" পাঠকে আজি ঘৰত বহি পাইছিল। ন্যনা খবৰকাগজ আৰু চিঠিৰপৰা এই বাৰ্তাবোৰ সংগ্ৰহ কৰা হৈছিল। লণ্ডনৰ "টাইম্‌চ," লক্ষাৰ "টাইম্‌চ," "আগ্ৰা মেচেনজৰ," "লাহোৰ ক্ৰনিকল," "বানাৰচ ৰিকৰ্ডৰ," "দেলাহি গেজেট," "ফ্ৰি ইনকোৱাৰেৰ," "ফ্ৰেণ্ড অৱ ইণ্ডিয়া"

(আজি-কালি যাক "ষ্টেট্‌ছমেন" বোলা হয়), কলিকতা আৰু আন আন ঠাইৰপৰা ওলোৱা বঙলা কাকতৰ ভিতৰত "সমাচাৰ-দৰ্পণ," "দিগ্‌দৰ্শন," "পূৰ্ণচন্দ্ৰোদয়," "ভাস্কৰ," "বাৰ্ত্তাবহ" (ৰঙপুৰ), "উপদেশক" আদিৰ নাম "অৰুনোদই"'ত মাজে সময়ে ওলায়ে আছিল। কেতিয়াবা কোনো কাকতৰপৰা একোটা দীঘলীয়া লেখাও অসমীয়া কৰি প্ৰকাশ কৰা হৈছিল—যেনে, "উপদেশক"ৰপৰা (ফেব্ৰুৱাৰি ১৮৪৭), "পূৰ্ণচন্দ্ৰোদয়"-ৰপৰা (মাৰ্চ ১৮৫৪)। কেতিয়াবা কেতিয়াবা বেলেগ বেলেগ ঠাইৰপৰা দিয়া পত্ৰৰপৰাও সম্বাদ দিয়া হৈছিল ; কিন্তু এই পত্ৰলেখক সাংবাদিকসকলৰ নাম প্ৰায়ে তুলি দিয়া নহৈছিল ; জোৰহাটৰ শ্ৰীথেটকেম্বৰ পণ্ডিত (ডিচেম্বৰ ১৮৫০) আৰু গুআহাটিৰ পৰা লিখা শ্ৰি মুক্তাৰাম দাসৰ (নৱেম্বৰ ১৮৫২, 'মুক্তাৰাম নামে এটা মানুহ' জানুআৰি ১৮৫৩) নাম আমি পাইছো। কেতিয়াবা কেতিয়াবা দুই-এটা স্থানীয় খবৰ ছপাখানা চাবলৈ অহা মানুহৰ মুখে শুনি লিখাৰ পিছত আন স্থানীয় লোকে তাৰ সত্যতাক প্ৰত্যাহ্বান জনোৱাত "অৰুনোদয়ে" তাৰ ব্যাখ্যা দিব লগীয়াও হৈছিল।

**ৰাজভগনৰপৰা কলথোকা ৰাদুলিয়ে খোৱালৈকে ঃ**

সকলোবিলাকেই সম্বাদ—ৰাজভগনৰপৰা কলথোকা ৰাদুলিয়ে খোৱালৈকে।[১] লণ্ডন ৰাজনগৰত মহাৰাণীৰ ৰাজমেল আৰু ৰাজমন্ত্ৰী ভঙ্গা-পতাৰপৰা আয়ৰলেণ্ড আৰু স্কটলেণ্ডৰ বাবে বাবে দুৰ্ভিক্ষৰ পীড়নলৈকে, ফ্ৰাঞ্চ দেসত বিপাৰ্বলিক হোৱাৰপৰা ইউৰপৰ আৰু ভাৰতবৰ্ষৰ ঠায়ে ঠায়ে ভাপ-ৰথ চলাচল কৰিবৰ বাবে ৰেলৰ ডাঙ্গ পতালৈকে সকলো। ৰঞ্জিত সিংহৰ পঞ্জাবৰ লগত ব্ৰিটিশ সৈন্যৰ যুদ্ধ-বিগ্ৰহ, পঞ্জাব ৰাজ্য ভাঙি গোলাব সিংহক কাশ্মীৰ দি, দলিপ সিংহৰ বাবে এক অংশ ৰাখি শতদ্ৰু আৰু বিপাশাৰ মাজৰ অংশ ইংৰাজে লোৱা, মান দেশৰ লগত বহুত দিন ধৰি চলি থকা যুদ্ধ-বিগ্ৰহ—এইবোৰ এতিয়া পুৰণি বুৰঞ্জীৰ কথা, তেতিয়া নতুন 'গৰম গৰম খবৰ।' ইস্ট ইণ্ডিয়া কম্পানিয়েনো কেনেকৈ মহাৰাণীৰ হৈ দেশ শাসন কৰে, তাৰ বিৱৰণো "অৰুনোদয়ে" পাঠকক যোগাইছিল। ইংৰাজ জাতিৰ সু-আদৰ্শৰ কথা আনন্দৰাম ঢেকিয়াল ফুকন, নিধি লিবাই ফাৰোএল আদিয়ে সিসকলৰ প্ৰবন্ধত দাঙি ধৰিছিল। আন-সকলে কম্পানিৰ ৰাজত্ব দেশৰ সৌভাগ্য বুলিয়ে বৰ্ণাবৰ অৱকাশ পাইছিল। 'কলঙ্গ নৈৰ ওপৰত সজা কাঠৰ দলঙ্গ'ৰ বৰ্ণনা দিবলৈ যাওঁতে পোনতেই কোৱা হৈছে ঃ 'হিন্দুস্থানৰ মাজত অসমিয়া লোকতকৈ এই কম্পানিৰ দিনত কোনো সুভাগ্য নাই।' মানৰ আক্ৰমণৰ উল্লেখেৰে কোৱা হৈছে ঃ 'ইশ্বৰৰ অনুগ্ৰহৰ দোআৰাই ইংৰাজি লোক আহি সিবিলাকৰ উপকাৰ কৰি সেই অতি নিৰ্দয়া সমূহ অনেক বাৰ জিকিলত চাঙ্গিৰৰ আগে খেদাই দিলে। সেই দিনৰে পৰা ক্ৰমে ক্ৰমে দেস খনৰ সুখ বাঢ়ি বাঢ়ি গৈচে, আৰু অধিকাৰবিলাকে প্ৰজাবিলাকৰ কিমান হিত কৰে, তাৰ সকলো সাখি হৈচে' (নৱেম্বৰ ১৮৪৮)। ধৰ্মকান্ত গোহাঁয়ে ইমানলৈকে কৈছে ঃ

> এতেকে ধৰ্মিষ্ঠ নাই ইংৰাজি সমান,
> পৰৰ কাৰণে কোনে কৰে এত মান। (জুন ১৮৫৩)

আনফালে, অসমবাসে স্বাধীনতা গ'ল, তাৰ বাবে কোনেও এটা হুমুনিয়াহো নাকাঢ়িছিল। বৰং কোম্পানিৰ ৰাজত্বৰ প্ৰশংসাবাদ কৰা হৈছিল নানান প্ৰসংগত। 'ইংৰাজি ১৮৪৪ সনৰ ২৭ জানোআৰি তাৰিখত সদি

[১]কৌতূহলৰ বিষয় যে "অৰুনোদয়ে" (এপ্ৰিল ১৮৫৩) বৰ্তমান সম্পাদকজনৰ আজোককাকৰ 'পথাৰ চাকি ধৰা' ম'হ-পালৰ মাজৰ পাঁচজনী ম'হৰ অপঘাত-মৃত্যুৰ বতৰাও বুকুত বান্ধি ৰাখিছে ঃ "২৫ মাৰ্চ সুকুৰ বাৰৰ ৰাতি দুপৰ মানৰ সময়ত কৌজৰপুৰ মৌজাৰ ৰতি নেওগ নামে এজন মানুহৰ মহৰ ওচৰতে বান্ধি থোৱা খুঁটিৰ মহৰ মাজত বজ্ৰপাত পৰি পাঁচ জনি মহ মৰিল। ৰাতি পুৱা মহৰ গৰাকিএ দেখে যে পাঁচো জনি ঠৰ হৈ পৰি মৰি আচে ঃ তাৰে এজনিৰ চকু এটা ওলাই নিজলত পৰি আছিল।" এই ৰতি নেওগ আগতে থকৰৰা আছিল। ধৰ্মদেৱ পুৰন্দৰসিংহই ইংৰাজৰপৰা দেশ লৈ শাসন কৰিবলৈ ধৰা সময়ত এওঁক নেওগ পাতি লগত এদল তৰুৱা সৈন্য দি মানৰ ভয়ত বচা-তৈয়াং আদি ঠাইত লৈ পলাই থকা শিৱসাগৰৰ শিৱ-বিষ্ণু দ'লৰ পূজাৰিকে মুখ্যকৈ আন লোকসকলক ঘূৰাই আনি নিজ নিজ ঠাইত পুনঃসংস্থাপন কৰাৰ ভাৰ দিছিল, তদুপৰি বৰ বৰ হাতী যেন ওখ চাপেৰে যেনা কোমোৱা ধৰি গোহাঁইৰ ধাৰীমানো (যি'ত শিহত মাটিৰ তলত দিলৈ আনি ওলাইছিল) ধৰ কৰিবলৈ দিছিল।

যাবে আন্দাজ বোলি এপৰ ভেৰ পৰ উঠাৰ সময়ত, ভাটি কালৰ পৰা কাকতি কৰিঙবোৰ আহি মোকাম সিৱসাগৰ পাই উজাই' যোৱা দেখি যেতিয়া অনেক ঠাইত অনেক মানুহে 'এতিয়াও কোনো আপদ হব, কোনো ৰজা বিসয়াবিলাকৰ ভঙ্গা পতা, ৰণ বিগ্রহ নতুবা দেসত মাউৰ নাইবা মহা আকাল হব, এই দৰে কোনো বিপত্তি অবস্যেই হব' বুলি কৈ ফুৰিছিল। তাতে 'ৰ.' (বাতিৰাম দাস পেক?) আশ্বাস দি লিখিছিল ঃ "এতিয়া প্রাই দুই বচৰ হল, কিন্তু আমাৰ দেসত একো আপদ ইশ্বৰে দিয়া নাই, ইশ্বৰৰ অনুগ্রহতে লাহে লাহে আমাৰ দেস সুখিছে হৈছে ; কিয়নো এই কথা নগৰত থকা আৰু গাঁৱত থকা সকলো মানুহবিলাকে জানিব পাৰে, আগৰ কালত কিমান সুখ আছিলে, আৰু এতিয়া শ্রীকম্পানি বাহাদুৰৰ দিনত কিমান সুখ হৈছে, অধিক প্রমাণ দিব নে লাগে ; তথাপি তাহানিৰ কালত এজন মানুহে তিন টকা বুপতে ৰজা ঘৰত এবচৰলৈ তাৰ চাউল লোন খাই খাটিব লাগে, তেহে তাৰ বচেৰেকত খাটনি ধনৰ পাল সুটে ; কিন্তু এতিয়া মাহেকত কুলিএ বন কৰি তিন টকা চাই টকাকৈ পাইচে, আৰু তাতোকৈ অনেক লাভ এতিয়া আচে, মানুহে আপুনি আপুনি জানিব পাৰে ; আৰু আসা কৰিচোঁ জদি কম্পানি বাহাদুৰৰ দিন সদাই থাকে তেন্তে দেস সুখি হব" (জুন ১৮৪৬)। ঈশ্বৰক অনেক ঠাইতে মিনতি জনোৱা হৈছে যেন "কম্পানিৰ আমোল সদাই কুসলে ৰাখে" (আগষ্ট ১৮৪৯, ইত্যাদি)। আহোম-গৌৰৱৰ শেহৰ প্রতীক পুৰন্দৰসিংহৰ যেতিয়া ১৮৪৬ ছনৰ ১ অক্টোবৰ তাৰিখে জোৰহাট নগৰত মধুমেহৰ পীড়া উপস্থিত হৈ মৃত্যু ঘটে, তেতিয়া মাথোন পূৰ্বৰ নিয়ম ৰাখি দুৰ্গা-পূজা চাবলৈ গোট খোৱা 'ফুকন, বৰুআ আদি বৰ বৰুআ ডাঙ্গৰিয়াসকলে' ৰজাৰ পুত্র 'শ্রীজুত কামেশ্বৰ সিংহক ম্রিত্যু ৰজাৰ স থকা ঠাইতে বৰ চৰাত কাপৰ পাৰি বহুআই, বৰ বৰুআ আৰু ডাঙ্গৰিয়াসকলে চাৰি ৰজাৰ সমইত পিতৃ ৰজাই জুবৰাজ নাম দিয়া, শ্রীজুত কামেশ্বৰ সিংহক এক সেৱা কৰি জুবৰাজ মৰ্জ্জতা দিলে। পাচে জুবৰাজে সোন, বুপ, কাঁহ, তাম, এই চাৰি কলহেৰে ম্রিত্যু ৰজাক গা ধুআই, ৰাজ অলঙ্কাৰ পিন্ধাই, সবাইত সাজ কাপৰ দি, কুঁঅৰি আৰু গোহাঁই সকলে সেৱা জনাই, চাঙ্গটি চন্দোআৰ তৰি চন্দন কাঠ আদিৰে দহন কৰিলে' (অক্টোবৰ ১৮৪৬)। আন এঠাইত (ডিচেম্বৰ ১৮৫০) 'চন্দ্রকান্ত সিংহ মহা ৰজাৰ পুত্র শ্রী শ্রী হেমকান্ত সিংহ জুব ৰাজৰ' উজনি-ভ্রমণৰ উল্লেখ পবিছে। আৰু এঠাইত পুৰন্দৰসিংহ ৰজাৰ বৰৰাণী গুআহাটিৰপৰা উজাই যাওঁতে মুনিচন্দ্র নামৰ বামুণে অলপ বেমাৰ হোৱাত দৰব খুৱাওঁ বুলি বিষম দৰব খুৱাই মৰা আৰু তাৰ বাবে বামুণক বিচাৰকৰ্ত্তাই জনমভৰ ফাটক দিয়াৰ সম্বাদ দিয়া হৈছে (অক্টোবৰ ১৮৪৮)। এইদৰে প্রতাপী আহোম ৰাজশক্তিৰ প্রতিভূসকলৰ শেষ দশাৰ খবৰ "অৰুনোদয়ে" বুকুত বান্ধি ৰাখিছে। লগতে মটক দেশৰ বতৰাও কাকতখনিয়ে ৰাখিছিল—মৃত মাতিবৰ বৰসেনাপতিৰ মধ্যম পুতেক ভগীৰথ মাজিও গোহাঁইৰ মৃত্যুৰ ; বাৰ্তাৰ বিৱৰণত ইয়াকো কোৱা হৈছে যে "ম্রিয়মান কালে তেঁওৰ বৰ গিয়ান আছিল, গুৰুকো অনাই সবাইৰে দৰ্খনা কৰি জিবোৰ মানুহ তেঁওক চাবৰ মনেৰে গৈ আছিলে, সেইবোৰকো চাই সমাদৰ কৰিহে মৰিল। তাৰ পাচে তেঁওৰ সৰ্পৰিবাৰকে মৰা স বাপেকৰ ৰিতিৰে দাহ কৰি মৈদামৰ দৰে ওথ ভেঁটি কৰিলে ; বিধি মতে পহু মাচ আদি কৰি খাদ্য দ্রব্য মৰ্জ্জদাৰ কাপৰকো কৰি ভালেমান দ্রব্য গোটাই ২৯ ফাগুন তাৰিখে সুকুৰ বাৰৰ ৰাতি দিনকৈ বৰ সবাহ কৰিলে" (মাৰ্চ ১৮৪৭)। এইদৰেই প্রাচীন ধৰণ-ধাৰণবো অৱসানৰ ইংগিত যেন "অৰুনোদই"ৰ সম্বাদ-প্রৱাহে দিয়ে। মধ্য ঊনবিংশ শতিকাৰ অসমৰ আকাশৰ এটি উজ্জ্বল তৰা মনিৰাম দেওানৰ কাৰ্যৰ এটি ক্ষীণ দীপ্তিও আহি কাকতখনিত পৰিছে (জানোআৰি ১৮৫৪), তেওঁ ফাঁচি-কাঠত ওলমাৰ বতৰাও পত্রিকাৰ পাতত নিৰ্লিপ্তভাৱে দিয়া হৈছে (ফেব্রুৱাৰি ১৮৫৮)। মৰাণ-বিদ্রোহৰ স্মৰণ দুই-এটি ঠাইত আছে ঃ ১৮৪৮ ছনত মৃত্যু ঘটা লোক এজনে কৈছে, "মটকত জেতিয়া চেকনি ধৰা বন হই তেতিয়া মই আন্দাজ আঠ বচৰিয়া লৰাৰ মান ডাঙ্গৰ" (ফেব্রোআৰি ১৮৪৮) ; সম্বাদ দিয়া হৈছে ঃ "গৰগঁয়া বুৰা ৰজাৰ মৈদামটো মাথোন মটকে আগেএ খানিলে" (জানোআৰি ১৮৪৬)।

**অসমৰ অতীত-উদ্ঘাটন ঃ**

"অৰুনোদই"ৰ পণ্ডিতসকলে অসমৰ অতীত উদ্ঘাটন কৰিবৰ যত্ন কৰিছিল, অসমৰ অমূল্য সম্পদ পুৰণি বুৰঞ্জী বহুতোখিনি সংগ্রহ কৰিছিল আৰু নতুন কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জী প্রকাশ কৰিছিল

(১৮৪৪)। পুৰাণৰ ভিতৰত দু-…ৰ পাঠ পত্রিকাত প্রকাশ কৰা হৈছিল। ১৮৫০ৰ আগস্টত আৰম্ভ কৰি "পুৰনি অসম বুৰঞ্জি"খনি ১৮৫… গস্টলৈকে ২২ ভাগ কৰি টুকুৰা-টুকুৰকৈ উলিওৱা হৈছিল। এইদৰে আহোম বুৰঞ্জীৰ মূল্যবান এখনি গ্রন্থ প্রকাশ হোৱাৰ উপৰিও এই প্রকাশ হ'ল পুৰণি পুথিৰ পাঠৰ প্রথম প্রকাশন আৰু অসমত পাঠ-সমীক্ষাৰ প্রথম উদাহৰণ। বুৰঞ্জীখনৰ পাতনিত কোৱা হৈছে সম্পাদকৰ ফালৰপৰা ঃ "আমি এতিয়া আহোমৰ অতি পুৰনি বুৰঞ্জি এটা পাই, এই মাহৰ অৰুনোদইত লিখিবলৈ ধৰিচোঁ। তাত জি কথা পাইচোঁ, সকলো স্বৰূপ ন হই, তথাপি জেনে পাইচোঁ, সেই দৰেই লিখোঁ; পৰ্হু আসকলে জি স্বৰূপ, জি অস্বৰূপ, তাকে আপোনাৰ মনেৰে বিবেচনা কৰি বুজোক" (আগষ্ট ১৮৫০)। পুৰণি গ্রন্থৰ পাঠ-গ্রহণৰ এইদৰে এটি নিৰপেক্ষ ৰীতি অৱলম্বন কৰা হৈছে। লাউৰপৰা মানুহ জাতি উৎপন্ন হোৱা, ইন্দ্রৰপৰা ইন্দ্রবংশী আহোম ৰজাসকল হোৱাৰ আখ্যানক সম্পাদকে গ্রহণ কৰিব খোজা নাই সেইবোৰ উপাখ্যান মাথোন বুলি নহয়, বৰং বাইবেলৰ সৃষ্টি-পৰিক্রমা আৰু গ্রীক দেশৰ চিকন্দৰ মহাৰজাক দেৱৰাজ জুপিটাৰৰ পুতেক বুলি চলি থকা ধাৰণাৰ লগত তুলনা কৰিছে। আন এখনি গুৰুত্বপূর্ণ বুৰঞ্জী "কামৰূপৰ বুৰঞ্জি"ৰ আঠটা আধ্যা ১৮৫৩ৰ জানুৱাৰীৰপৰা অক্টোবৰৰ ভিতৰত "অৰুনোদই"ত সন্নিবিষ্ট হৈ প্রকাশ পায়। এইখনিৰ পাঠো যত্নসহকাৰে উদ্ধাৰ কৰা হৈছিল। "অৰুনোদই"ত তৃতীয় অকণমান এখনি বুৰঞ্জী "চুটিয়া ৰজাৰ বংসাৱলি" অসমৰ গবৰ্ণমেণ্ট স্কুল-সমূহৰ পৰিদৰ্শক উইলিয়াম ৰবিন্ছনে সংগ্রহ কৰি "অৰুনোদই"ক দিছিল, তাকে এই দুশবীয়া কণমান পাতনিখন দি ১৮৫০ৰ ডিচেম্বৰৰ সংখ্যাত প্রকাশ কৰা হয় ঃ "অনেক দেসৰ লোকে আপোনাৰ ৰজা দেৱতাৰ বংস বুলি সিবিলাকৰ অর্থে জি ৰূপে অনেক উপকথা গপ কৰি সাজি বুৰঞ্জিত সুমুআই লিখে, সেই ৰূপে চুটিয়াবিলাকেও আপোনাৰ ৰজাৰ বংসাৱলি বৰ্নালে। সিইতৰ এক পুৰনি বংসাৱলি পাই তলত লিখিচো।" এই বংশাৱলীৰ বিবিধ ৰূপ পোৱা যায় আৰু সেইবোৰৰ ঐতিহাসিক মূল্যত ছাৰ এডোৱাৰ্ড গেইট প্রভৃতিয়ে ঘোৰ সন্দেহ প্রকাশ কৰি গৈছে। [১৯৮০ৰ ৰঙালী বিহু সংখ্যা "আমাৰ প্রতিনিধি"ত প্রকাশিত মোৰ প্রবন্ধত এই বিষয়ে কিঞ্চিৎ বহলাই আলোচনা কৰা হৈছে।]

ডক্টৰ ব্রাউন আৰু বেপ্টিস্ট আন ধৰ্মীসকলে শিৱসাগৰত থাকি পোন প্রথম পুৰণি পুথি-সংগ্রহৰ কাম আৰম্ভ কৰে। ১৮৪০ আৰু ১৮৫০ৰ মাজৰ দশকতে এই সংগ্রহ হয় বুলি ক'ব পাৰি। সেইসকলে যিখিনি পুথি গোটাইছিল, সেইখিনি শিৱসাগৰত থকা বেভাৰেও এ. কে. গার্নি আৰু তেওঁৰ পিছত নগাঁৱত কাম কৰা বেভা. পি. এইচ. মুৰৰ হাতলৈ যায় আৰু অৱশেষত গুৱাহাটীৰ আমেৰিকান বেপ্টিস্ট মিছনৰ গুদাম-ঘৰত জমা হয়গৈ। ভাগ্যক্রমে ১৯২৫ চনৰ মেই মাহত পুথিখিনি ডক্টৰ সূর্যকুমাৰ ভূঞাৰ দৃষ্টিগোচৰ হয় আৰু সেই বছৰৰ অক্টোবৰ মাহত হোৱা কামৰূপ অনুসন্ধান সমিতিৰ বার্ষিক অধিবেশনত সিখিনি প্রদর্শনী পাতি দেখুওৱা হয়। ডক্টৰ ভূঞাই মেই-জুনত চাই মেলি ব্রাউন চাহাবৰ সংগৃহীত পুথিবোৰৰ এক তালিকা প্রস্তুত কৰে। সংগ্রহৰ ভিতৰত কেইবাখনো বুৰঞ্জী আছিল আৰু তাৰে দুখন "অৰুনোদই"ৰ পাতত প্রকাশিত হৈছিল। সংগ্রহত মুঠ আছিল ৩০খন পুথি, যথা—ৰাম সৰস্বতীৰ "মণিচন্দ্র ঘোষ," শঙ্কৰদেৱৰ "ভাগৱত," একাদশ স্কন্ধ; বৈদ্যনাথ দ্বিজৰ "তুলসী-দূত-কাব্য", শ্রীধৰ স্বামীৰ 'দীপিকা'ৰে সৈতে "ভাগৱত-পুৰাণ"ৰ পঞ্চম আৰু ষষ্ঠ স্কন্ধ, "স্বৰোদয়", হৰিদেৱ শর্মাৰ "জ্যোতিষ-সংক্ষেপ"; ৰঘুনন্দনৰ "জ্যোতিষ-তত্ত্ব", চাণক্যৰ প্রবচনৰ খণ্ডিত অসমীয়া অনুবাদ, কিছু নেলেখা পাত, জয়ধ্বজসিংহৰপৰা ৰুদ্রসিংহৰ দিনলৈ এখন খণ্ডিত বুৰঞ্জী; "কামৰূপৰ বুৰঞ্জী", লক্ষ্মীসিংহৰ বুৰঞ্জী (যিখনক ভূঞা ছাৰে 'বৰপাহি বুৰঞ্জী' নাম দিছিল); দেওধাই অসমীয়া বুৰঞ্জী। তেতিয়া তেওঁয়াই বেপ্টিস্ট মিছন সমাজে পুথিখিনি কামৰূপ অনুসন্ধান সমিতিক নিবলৈ অনুমতি দিছিল, কিছু বোধ হয় নিয়াও হ'ল; কিছু পিছত জন্ম লোৱা (১৯২৮) বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগলৈ আহিল।[১] মুঠতে ব্রাউন চাহাবৰ প্রচেষ্টা পেলনিতো নগ'লেই, বৰং অসমত বিশেষকৈ বুৰঞ্জী

[১] ড. ভূঞাৰ "কামৰূপৰ বুৰঞ্জী" (১৯৩০) একাধিক প্রকাশিত (১৮৫৩) বুৰঞ্জীখনেই। সেইদৰে বুৰঞ্জী-বুৰঞ্জী আৰু ওপৰঞ্চি টোকাৰ সংকলন হ'লেও তাৰ ঘাই অংশ ড. ব্রাউনৰ সংগৃহীত আৰু "অৰুনোদই"ত সংগৃহীত বুৰঞ্জী পুথিৰ পাঠ সোমাইছে। পুৰাতত্ত্ব বিভাগৰ আন আন বুৰঞ্জী-প্রকাশনতো ব্রাউনৰ

আদি চৰ্চাৰ পথত পথপ্ৰদৰ্শকহে হ'ল। ব্ৰাউনৰ সংগৃহীত বুৰঞ্জী প্ৰায়কেইখনেই প্ৰকাশিত হৈ গৈছে।

ওপৰৰ ক.ৰ উল্লিত আহোম ৰাজত্বৰ কালৰ খাজনাৰ সলনি ৰজা-বিষয়াৰ ঘৰত গা-খাটনিৰ সমালোচনা কৰা হৈছে আৰু 'কম্পানি বাহাদুৰৰ দিন সদাই থাকিব'ৰ আশা প্ৰকাশ কৰা হৈছে। কলং নৈৰ ওপৰত হোৱা কাঠৰ দলঙো 'ঈশ্বৰৰ অনুগ্ৰহৰ দোআৰাই ইংৰাজি লোক আহি'বৰ নিদৰ্শন (নৱেম্বৰ ১৮৪৮)। ইংৰাজ জাতি পৰাক্ৰম আৰু সভ্যতাৰ নিদৰ্শন (ফেব্ৰুআৰি ১৮৪৯)। 'এতিয়া ইশ্বৰে পহৰ ৰাকিচে, আৰু আমালৈ দায়া কৰি গিয়ানি দেসাধিকাৰবিলাক দিচে।' কম্পানিৰ আমোলৰপৰাইহে দেশত ঠায়ে ঠায়ে স্কুল হৈছে (ব. দ., আগষ্ট ১৮৪৯)। তেওঁলোক কি বিচক্ষণ কৰ্মী!—'ধন্য ধন্য ইংৰাজিহে বুধিমান হই,/দেৱৰ নিৰ্মান কৰ্ম মানুহে কৰই' (দয়াৰাম চৌটিয়া, ফেব্ৰুআৰি ১৮৫৩)। কম্পানিয়ে আমাৰ গুৱাহাটীতে কচাৰি, শুৱনী গীৰ্জাঘৰ, হস্পিটাল, স্কুল আদি কৰিছে; 'এতেকে ধৰ্মিষ্ঠ নাহি ইংৰাজি সমান,/পৰৰ কাৰণে কোনে কৰে এত মান' (ধৰ্মকান্ত গোহাঁই, জুন ১৮৫৩)। 'আপোন চকুএ দেখা ইংৰাজৰ দায়া/অনেক জিলাত থৈচে ইস্কুল পাতিয়া।' 'দেসৰ কুসল চিন্তে ইংৰাজ মহা ৰজা/কেন মতে ভালে থাকিবন্ত সৰ্ব প্ৰজা,/এহি বুলি মনে কৰে পৰম জতন, সকলোকে কৰে দেখা দায়াৰে পালন। এনে উপকাৰি ৰজা ন হৈবন্ত আৰ' (চিকা দাস, চেপ্তেম্বৰ ১৮৫৩)। এনেভাৱে ইংৰাজ কম্পানিৰ ৰাজত্বৰ প্ৰশংসা কৰাটো "অৰুনোদই"ৰ নীতিগত কথা, যদিও তাক কাকতৰ প্ৰধান উদ্দেশ্যৰ ভিতৰত ধৰিব নোৱাৰি।

ভাৰতীয় ধৰ্ম আৰু ধৰ্মসাহিত্যৰ বিশেষ আলোচনা "অৰুনোদই"ত নাই। যি দুই-এজন খ্ৰীস্টিয়ান প্ৰচাৰকে তেনে আলোচনা কৰিছে, তেওঁলোক জে. এন্. ফাকুহাৰ্ বা কামিল্ বুল্কে নহয় যে মুকলি মনেৰে পাণ্ডিত্যপূৰ্ণ কথা ক'ব। ন.ল.ফ. আদিৰ লেখাত হিন্দুধৰ্মৰ স্পষ্ট নিন্দাই প্ৰকাশ পাইছে। নিন্দা নোহোৱাকৈ সেই ধৰ্মৰ চমু আভাসো দুই-এঠাইত অংশতো দিয়া হৈছে (চেপ্তেম্বৰ ১৮৫২)।

**মুদ্ৰাবৈজ্ঞানিক অধ্যয়ন:**

মধ্য যুগৰ ভাৰতবৰ্ষৰ ইতিহাস-অধ্যয়নত বিভিন্ন শাসকসকলৰ মুদ্ৰাৰ অধ্যয়ন (numismatic study) এটি বিশিষ্ট উপাদান। এই দিশতো "অৰুনোদই"ৰ থ্লেৰ দৃষ্টি পৰিছিল। এইফালে সিসকলৰ বুচি উদ্ভূত হোৱাৰ ইতিহাস এইদৰে দিয়া হৈছে: "ৰঙ্গপুৰ নগৰৰ ৰাজ কাৰেঙ্গৰ ওচৰত এতিয়ালৈকে অনেক মানুহ গোট খাই মাটি খানি আচে। তাতে কোচ, কচাৰি, জয়ন্তিয়া, ভোটিয়া, আৰু আহোম ৰজাবিলাকৰ অনেক পুৰ্বনি মোহৰ ৰূপ পালে" (মাৰ্চ ১৮৫১)। এই খবৰ দিয়াৰ লগে লগেই এক নাৰায়ণী (কোচ বেহাৰৰ) ৰূপ, এক নাৰায়ণী আধলি আৰু গাৰো কঁতৰা অৰ্থাৎ জয়ন্তীয়া ৰজাৰ ৰূপৰ চিত্ৰও কাটি দিয়া হৈছে; ৰূপটকা লক্ষ্মীনাৰায়ণ ৰজাৰ ১৫০৯ শকৰ; আধলিটো আনুমানিকভাৱে চন্দ্ৰনাৰায়ণ ৰজাৰ, শক নোহোৱা ["আৰু কেঁচা ৰূপৰ আধলি অনেক ওলাল; টঁকিয়া মোহৰ সাঁচত মৰা হেতুকে আখৰৰ আদ খনি মাথোন ৰই।"]; কিন্তু "১৭১৬ সঁকৰ গাৰো কঁতৰা বা জয়ন্তিয়া এটা ৰূপ ওলাল, তাৰ আখৰ কিচু ভগা হোআত আন এটা জয়ন্তিয়া ৰূপ"ৰ ছবিহে দিয়া হৈছে। ৰংপুৰ নগৰত খানি উলিওৱা মোহৰৰ ভিতৰত মোগল তথা অন্য মুছলমান শাসকসকলৰ মুদ্ৰাও ওলাইছিল: শ্বাহানশ্বাহ আকবৰৰ শাসনৰ ৪০শ বছৰত (১৫৯৬ ছন) আহমদাবাদত মৰা ৰূপ, মহম্মদ শ্বাহৰ তাৰিখ নোহোৱা মোহৰ, মালৱা দেশৰ ঘিয়াছুদ্দিনৰ (১৪৬৯-১৫০১ খ্ৰী·) এটা মোহৰ আৰু পঢ়ি উলিয়াব নোৱৰা এটা ৰূপৰ মুদ্ৰা (মেই ১৮৫১); শ্বাহজাহান (১৬৩১, ১৬৩৯ খ্ৰী°) আৰু আওৰংজেব বাদশ্বাহৰ (১৬৬৪ ?, ১৬৯৭ খ্ৰী°) দুটাকৈ মোহৰ (জুলাই ১৮৫১); আকবৰ, জেহাংগিৰ, শ্বাহজাহান আৰু আওৰংজেবৰ মোহৰ (জানুআৰি ১৮৫২)। নৰ[illegible]ণ মহাৰজাৰ মোহৰ (চেপ্তেম্বৰ ১৮৫৪) আৰু মায়ামৰীয়া বিদ্ৰোহী ৰজাৰ মোহৰৰ (অক্টোবৰ ১৮৫৪) ছবি [illegible] কৌতূহলোদ্দীপক। অসমীয়া আখৰৰ মুদ্ৰাবোৰ ক্ৰমিকভাৱে সজালে: প্ৰতাপসিংহ স্বৰ্গদেৱৰ ১৬৪৮ ছন (ফেব্ৰুআৰি ১৮৫২, এপ্ৰিল ১৮৫৪), ৰুদ্ৰসিংহ ১৬৯৬, ১৬৯৭, ১৭০৮ (এপ্ৰিল ১৮৫৪), শিৱসিংহ ১৭১৬, ১৭২১, শিৱসিংহ আৰু ফুলেশ্বৰী ১৭২৪, ১৭২৬ দুটা, ফুলেশ্বৰীৰ মৃত্যুত শিৱসিংহ অকলে ১৭০২ (মেই ১৮৫৪), শিৱসিংহ আৰু অম্বিকাদেৱী ১৭০২, ১৭০৩, শিৱসিংহ আৰু সৰ্বেশ্বৰী ১৭০৯, ১৭৪০, প্ৰমত্তসিংহ ১৭৪৬ (জুন ১৮৫৪), ৰাজেশ্বৰসিংহ ১৭৫৩, ১৭৫৪, ১৭৬৪, ১৭৬৭ (জুলাই ১৮৫৪),

লক্ষ্মীসিংহ ১৭৭০, ১৭৮০, গৌৰীনাথসিংহ ১৭৮১, ১৭৯৫ (আগষ্ট ১৮৫৪)। আহোম আখৰৰ মোহৰ-কেইটাৰ বিশেষ গুৰুত্ব ঃ চক্ৰধ্বজসিংহ ১৬৬৪, গদাধৰসিংহ ১৬৮২ (এপ্ৰিল ১৮৫৪), প্ৰমত্তসিংহ ১৭৪৪, ১৭৫০ (জুন ১৮৫৪) আৰু ৰাজেশ্বৰসিংহ ১৭৫১ (জুলাই ১৮৫৪)। শিৱসিংহৰ দিনতেই সম্ভৱতঃ ফাৰ্চী হৰফত মোহৰ মৰা আৰম্ভ হয় ; এইবোৰ ছনৰ মোহৰৰ অভিলেখক "অৰুনোদয়ে" সুৰক্ষা দি ৰাখিছে ঃ শিৱসিংহ আৰু প্ৰমথেশ্বৰী ১৭২৭, ১৭২৯ (মেই ১৮৫৪), শিৱসিংহ আৰু অম্বিকা ১৭০২ (জুন ১৮৫৪), ৰাজেশ্বৰসিংহ ১৭৫২, ১৭৫৩ (জুলাই ১৮৫৪)। বিশেষ কৌতূহলোদ্দীপক হ'ল ৰাজেশ্বৰসিংহৰ দিনৰ ১৭৫৩ ছনৰ নাগেৰী আখৰৰ এটা ৰূপ আৰু ১৭৫৯ ছনৰ নাগেৰী-অসমীয়া-মিহলি এটা মহ। অসমৰ মাইকী-পোৱালি যন্ত্ৰ বা টাকচালে কেনেভাৱে মুদ্ৰা ঢালিছিল, তাৰ আভাস এই চিত্ৰবোৰৰপৰা পোৱা যাব।

**নব্য অৰ্থনৈতিক দৃষ্টি ঃ**

অসমৰ নতুন অৰ্থনীতিৰ প্ৰতিও "অৰুনোদই"ৰ দৃষ্টি আছিল আৰু কাকতখনিয়ে চাহপাত, নাগমাটি আদিৰ বতৰা জনসাধাৰণক দিছিল। লক্ষ্য কৰিব লগীয়া যে ১৮৪৬ৰ ফেব্ৰোআৰিৰ 'অনেক দেসৰ সংসাৰিক সম্বাদ'ৰ আৰম্ভনিতেই কোৱা হৈছে ঃ "আসাম কম্পানিএ এবচৰৰ ভিতৰত ১৯৪০০০ পওণ্ড অৰ্থাত ৯৭০০০ সেৰ চাহ আঁজিচে। ইংলণ্ডলৈ নিলে সেৰে ২ টকাকৈ দৰ পাই মুঠে প্ৰায় ২ লাখ টকা পাব।" অসমৰ চিৰকলীয়া কৃষিৰ উন্নয়ন কামনা কৰি গুৱাহাটীৰ মুনছি কেফায়ত উলাৰ বঙলা ভাষাত লিখা "ক্লিসি দৰ্পন" নামৰ কিতাপৰ প্ৰকাশৰ আৰু তাৰ বিষয়-বস্তুৰ খবৰ দি অসমীয়া মানুহক সম্বোধন কৰি কোৱা হৈছে ঃ "হে অচম দেসি লোকবিলাক, তোমোলাকে এলাহ এৰি এই কিতাপ চাই ৰিতিৰ দৰে খেতি কৰিলে, খেতিৰ দোআৰাই উত্তম ৰূপে প্ৰবৰ্তি থাকিব পাৰিবা, আৰু অনেক ধনো পাবা" (মেই ১৮৫৪)। আনফালে খেতিৰ শত্ৰু বানপানীৰ খবৰো "অৰুনোদই"ৰ স্তম্ভত মাজে মাজে সন্নিৱিষ্ট হৈছিল। মন কৰিব লগীয়া যে প্ৰায় এই সময়তে আনন্দৰাম ঢেকিয়াল ফুকনে মিল্ছ চাহাবৰ ওচৰত দাখিল কৰি স্মাৰক-পত্ৰত অসমৰ কৃষি-কৰ্ষণত আধুনিক যন্ত্ৰ আৰু বৈজ্ঞানিক পদ্ধতি-প্ৰয়োগৰ পোষকতা কৰিছিল আৰু তেওঁৰ 'ইংলণ্ডৰ বিবৰণ' আৰু অন্যান্য প্ৰবন্ধত ইংলেণ্ডৰ ঔদ্যোগিক বিপ্লৱৰ আদৰ্শত অসম দেশত উদ্যোগৰ বিকাশ কামনা কৰিছিল। "অৰুনোদয়ে" অচম দেশৰ মানুহক মাটিৰ তলত টকা পুতি নাৰাখি বেংকত থৈ সুত আঁজিবলৈ উপদেশ দিছিল (ফেব্ৰুআৰি ১৮৫০)।

"বিং সং" অৰ্থাৎ "বিবিধাৰ্থ সংগ্ৰহ"ৰপৰা ঢাকা দেশত কেনে সুন্দৰ মলমল কাপোৰ তৈয়াৰ হয়, তাৰ বৰ্ণনা দি দেশৰ শিল্পৰ প্ৰতি মনোযোগ আকৰ্ষণ কৰিবৰ যত্ন কৰা হৈছে। তাৰ ভিতৰত উত্তম কেই-বিধমানৰ উল্লেখ কৰি তাকো সুকীয়াকৈ বৰ্ণোৱা হৈছে—মলমল খাস, সৰকাৰআলি, জুমা, বঙ্গ, সবনম, আলাবালি, তজেব, জামদানি ইত্যাদি (চেপ্তেম্বৰ, অক্টোবৰ ১৮৫৩)।

**সংগীতৰ বাৰ্তা ঃ**

নতুন জগতৰ সংগীতৰ বাৰ্তাও "অৰুনোদয়ে" বিলাই দি গায়ক-গায়িকাৰ কি মূল্য হ'ব পাৰে, তাক লোকক জনাইছিল। যোৱা শতিকাৰ বিশ্ববিশ্ৰুত ছুইডিছ গায়িকা জেনি লিণ্ডৰ দেশ-বিদেশত সম্মাদৰৰ কথা, তেওঁৰ জনহিতকৰ দানৰ কথা ঃ "ইংলেণ্ডত সুন্দৰকৈ গিত গাব জনা জেনি লিণ্ড নামেৰে এজনি মেম চাহাবে হস্পিটাল, ইস্কুল প্ৰৰ্ভিতিলৈ চান্দা কৰি ৰূপ দিবৰ আসয়েৰে এঠাইত দু ৰাতি গিত গালে ; তাকে সুনিবলৈ অহা মানুহবিলাকৰ পৰা ১৮৬০০ মান ৰূপ পালে। আৰু ৩ বছৰৰ ভিতৰত তেওঁ সেই ৰূপে ঠায়ে ঠায়ে চান্দা কৰি ১,২০,০০০ মান দিলে" (জুন ১৮৪৯) ; "শ্ৰীমতি জেনি লিণ্ড নামে চুইদন দেসৰ এজনি তিৰোতা অতি সুন্দৰ উতম গায়ন হোআ দেখি, তেওঁ গিত গোআ সুনিবলৈ সকলো মানুহে বৰকৈ খেদি জাই, এবাৰ সুনিবলৈ দুটকা এটকা এই ৰূপে ধন দিএ। আমেৰিকা দেসত গান কৰিবলৈ এজন মানুহে মাতি, দিনে দিনে ২০০০ টকা দিম বুলি কথা বান্ধিলে। পাচে নুয়ৰ্ক নগৰ পালত তাৰ মানুহবিলাকে তেওঁ গান কৰা ঘৰত সোমোআৰ বহু চিঠি কিনি লোআত কোনো দিনা কুৰি, ডেৰ কুৰি হেজাৰ ধন উঠে" (নৱেম্বৰ ১৮৫০)। দেশীয় সংগীতৰ বতৰাই তেতিয়াও আদৰ পাবৰ নো।

**নৃতাত্ত্বিক অধ্যয়নৰ শুভাৰম্ভ :**

অসমৰ বিভিন্ন জনজাতিৰ বিৱৰণ "অৰুনোদই"ৰ এক মূল্যৱান কৰ্ম। 'ভোটৰ দেসৰ বিবৰণ'তে তাৰ আৰম্ভণি (জুলাই ১৮৪৬)। 'এই অসম দেসক চাৰিও ফালে পৰ্ব্বতে বেৰি আছে, আৰু সেই পৰ্ব্বত-বিলাকত ভোট, অকা, আবৰ, চিংফ, ডফলা, খামতি, মিচিমি, নগা আৰু গাৰোকে আদি কৰি অনেক জাতি পৰ্ব্বতিয়া মানুহ থাকে, সিহঁতৰ বিবৰণ জনা বৰ আবস্যক ; সম্প্ৰতি গাৰো সকলৰ কথা লিখি পাচে সিবোৰ জাতিৰ ব্ৰিতান্ত লিখিম।'—এই বুলি জনজাতিৰ অধ্যয়নত সাৰ্থক গুৰুত্ব আৰোপ কৰি সংকল্প লোৱা হয় (মেই ১৮৪৭) আৰু লগে লগে গাৰোৰ বৰ্ণনা দিয়া হয়। সেই অনুসৰি আ. নামৰ এজন লেখকে (আনন্দ-ৰাম ঢেকিয়াল ফুকননেকি ?) নগাঁও জিলাৰ বিচাৰপতি কেপ্টেইন বাট্‌লাৰৰ *Sketch of Asam*-অৱলম্বনত নগাৰ বিৱৰণ (জুন ১৮৪৮), খামতিৰ আৰু মিচিমিৰ বিৱৰণ (জুলাই ১৮৪৮), চিংফোৰ বিৱৰণ (আগষ্ট ১৮৪৮), আবৰ, বৰ আবৰ, মিৰি আৰু ডফলাৰ বিৱৰণ (নৱেম্বৰ ১৮৪৮) আৰু অ'কাৰ বিৱৰণ (ফেব্ৰুআৰি ১৮৪৯) প্ৰকাশ কৰে আৰু সামৰণিত ইংৰাজ জাতিৰ ইতিহাস স্মৰণ কৰি উচ্ছ্বসিতভাৱে কয় : 'জি ইংৰাজ জাতি এতিয়া ইমান পৰাক্ৰমি আৰু সভ্য হৈচে, জিবিলাকে ভাপৰ বলত বৰ ঘৰ একোটা বামে আৰু পানিএ ঢলাই, দহ দিনৰ বাট একে দিনে জাই, জিবিলাকে পাটৰ মোনা এখনেৰেই আকাশলৈ উঠে, জিবিলাকে গোটেই প্ৰিথিবি ঘুৰি আটাই দেসৰ বাত্ৰা হাতৰ মুঠিতে থই, আৰু জিবিলাক হেজাৰ হেজাৰ ক্ৰোচৰ আঁতৰৰ পৰা এই দেসলৈ আহি তাৰ লোকক সভ্য কৰিব ধৰিচে, সিবিলাকেই দুহেজাৰ বচৰৰ পুৰ্ব্বে ৰীতিএ চৰিত্ৰে আৰু সভ্যতাত নিচইকৈ নগা, আৰু আবৰতকৈ বেয়া আছিল। দেখা, পৰম ইশ্বৰৰ কি আচৰ্জ্জ মহিমা ! আৰু মানুহৰ গিয়ান বা কাল ক্ৰমে কিমান ভাল হব পাৰে ! এতেকে আমি নৈৰাস ন হঁও, যে কোনোবা দিনা আমাৰ নগাহঁতৰ মাজতো ভাপৰ জন্ত্ৰ হব, আৰু সিহঁতেও গিয়ান আৰু সভ্যতাত ইংৰাজহঁতে সৈতে জুজিব। আমি বাঞ্ছা কৰোঁ, জে ইশ্বৰে সিঘ্ৰে সিহঁতক তেনে সভ্য হবলৈ লোআব।" মন কৰিব লগীয়া : এই উন্নত সন্নিৱিষ্ট ইংৰাজ জাতিৰ প্ৰশংসাবাদ, আমাৰ নিজৰ দেশৰ আশু উন্নতিৰ একান্ত কামনা আৰু ঈশ্বৰৰ প্ৰতি সেই উন্নতি ঘটাবৰ বাবে অনুনয় আৰু এক ঘন উচ্ছ্বাস—এই সকলোটি আনন্দৰাম ফুকনৰ 'ইংলণ্ডৰ বিবৰণ' আদি প্ৰবন্ধৰ বিশেষ লক্ষণাক্ৰান্ত বৈশিষ্ট্য।

**সামাজিক কুসংস্কাৰ, অন্ধবিশ্বাসৰ বিৰুদ্ধে :**

আনন্দৰামৰ এই প্ৰবন্ধত (এপ্ৰেল ১৮৪৭) 'মিচা সাখি, ভৌটি, বেস্যা, কানি আৰু সুৰা'ক ত্যাগ কৰিব লগীয়া সামাজিক দুৰ্গুণ-ৰূপে নিৰূপিত হৈছে। আজি ১৩৫ বছৰৰ পিছত সেই সময়ৰ সমাজত এইবোৰৰ কিমান প্ৰাদুৰ্ভাৱ আছিল, সেই কথা আমি কোৱা টান হৈ পৰিছে। মাদক দ্ৰব্যৰ কথা লৈ দুতিৰাম স্বৰ্ণকাৰ হাজৰিকাইতো এখন পদ-পুথিকে ৰচনা কৰিছিল। 'অচম দেসৰ লোক সকলৰ প্ৰতি দুতিয় নিবেদন পত্ৰ'ত (জুলাই ১৮৫৩) 'কলিকতা নগৰত থকা তোমোলোকৰ বন্ধু এজন অচমিয়া লোক'ৰ (এইজন সম্ভৱতঃ ডেকা গুণাভিৰাম বৰুৱা) এই কথা-আষাৰ চকুত লগা : 'জি মদ খোআ, বেস্যা গমন, জাল চাজি, আৰু মিচা গোচৰ কথা আমাৰ দেসৰ লোকে পুৰ্ব্বে সুনাও নাচিল, সেই সকল কৰম এতিয়া প্ৰবল হৈচে। হাই হাই ! এই সকল কুলোকৰ লগত পৰি আমাৰ দেসৰ হোজা মানুহেও বৰ পাপ কৰিচে।' ইয়াৰপৰা প্ৰতীয়মান হয়, এইবোৰ দুষ্কাৰ্য নৱপ্ৰবৰ্তিত আধুনিকীকৃত জীৱনৰ বিষময় ফল মাথোন। 'ফটিকাৰ বিবৰন' প্ৰবন্ধত 'ন'ই (বাতিৰাম দাস পেক ?) 'বাৰাণ্ডি আৰু ৰম, এই ৰূপে অনেক বিধ ফটিকা'ৰ উল্লেখ কৰি লেখিছে : "এতিয়া কোনো কোনো ঠাইৰ পৰা অসম দেসৰ বদ নাম আহিচে আৰু কৈচে বোলে, অসমৰ তিতৰতো কোনো কোনোএ খাই, এই কথা সুনি মই আচৰিত মানিচো। কিয়নো আগৰ কালত কোনো কোনো বুৰাবিলাকৰ মুখত সুনিচোঁ বোলে, মিৰি মিচিমি অ'কা ডফলা, আৰু কচাৰি দেওধাই এইবিলাকৰ জাৰ সাস্ত্ৰ নাই আৰু একো বিদ্যা নাই, এনে ধৰম ন জনা নীতিঅলিয়া অগিয়ানিবোৰে হুনু তাহানিৰ কালত ভাতৰ মদ কৰি খাই ; কিন্তু আমাৰ দেসৰ ভিতৰত এনে বেৱহাৰ কেতিয়াও নাই কিচিল, এতিয়া সুনিচোঁ ভাল মন্দ অনেক মানুহে খাই ; আৰু খাবলৈ সিকা মানুহ নিতৌ নিতৌ বাঢ়িছে গৈচে" (জুন ১৮৪৬)। জনজাতিসমূহৰ মাজত 'ভাতৰ মদ' (beer) খাদ্যৰ অবিচ্ছেদ্য অংগ-ৰূপে চলি

আহিছিল ; আৰু নতুন যুগৰ দান হ'ল ব্ৰাণ্ডি, ৰাম আদি 'লতাপনিয়লৰ ৰস' অৰ্থাৎ আঙুৰৰ ৰসৰ সুৰা (wine), যি দান গ্ৰহণ কৰাটো আধুনিকতাৰ পৰাকাষ্ঠা হৈ পৰিছিল এইটি ক্ষণত।

দেশৰ হিত চিন্তা কৰিবৰ নিমিত্তে পাশ্চাত্ত্যৰ আদৰ্শত দুই-এটিকৈ সামাজিক অনুষ্ঠান গঢ় লৈ উঠিছিল। শিৱসাগৰৰ গিয়ানৰ সভা এনে এখনি সমাজ। 'বুধ বাৰ ইং সন ১৮৪৫ৰ ২৪ ডিচেম্বৰত বোলি চাৰি ঘৰি ৰজাৰ সময়ত' এই সভাই কানি ৰবৰিহৰ কথা আলোচনা কৰি তাক খোৱা নিন্দা কৰে আৰু "অৰুনোদই"ৰ যোগে কানিৰ দুৰ্গুণৰ কথা প্ৰচাৰ কৰে (জানোআৰি ১৮৪৬)। "অৰুনোদয়ে" বাৰে বাৰে কানিৰপৰা হোৱা অপকাৰৰ কথা অসমৰ মানুহক সকীয়াই আছিল আৰু যি সময়ত মানৰ দিন বুলিলে মানুহৰ মুখ কেঁহেৰাজ বটা যেন হৈছিল, সেই সময়ত কানিক 'মানতকৈও এক সত্ৰু' বুলি ঘোষণা কৰিছিল (নৱেম্বৰ ১৮৪৮)। কোনোৱে পদ্য ৰচনা কৰি কানি, ভাং আৰু ফটিকাক নিন্দা কৰিছিল।

সকলকো কৰোঁ একে বাৰে নমস্কাৰ,
কানি ভাঙ্গে হৈচে আমাৰ দেসৰ মহা ভাৰ,
তাকে খাই নষ্ট হল এই দেসৰ প্ৰানি,
সদাই দুখ, নাই সুখ, আৰু হল অঁগিয়ানি।

তাতোকৈ সুনি আচোঁ অতিসই বিস্মই,
এই দেসৰ লোকে হুনু ফটিকাও খাই,
হাই হাই কি সুনিলোঁ, কি ভৈলা অকাজ,
এই কথা সুনি সকলোএ পোআ লাজ।

(অ, জুন ১৮৪৬)

মাদক দ্ৰব্যই মানুহৰ জীৱনত কেনেকৈ বিষম অৱস্থা সৃষ্টি কৰিব পাৰে, উদাহৰণ দি "অৰুনোদয়ে" বুজোৱাত যত্নৰ কাৰ্পণ্য কৰা নাছিল। 'আ' ৰ (ঢেকিয়াল ফুকন ?) প্ৰবন্ধ 'বিভিচাৰ বিসয়ক'ত অসমৰ দুৰ্গতি লৈ দুখ কৰা হৈছে (এপ্ৰিল ১৮৪৮) ; আন কি বছৰেকীয়া বিহুটোকো ব্যভিচাৰ-কৰ্মৰ লগত সাঙুৰি ধৰা হৈছে। নানা প্ৰকাৰৰ কুসংস্কাৰ আৰু অন্ধবিশ্বাসৰ বিৰুদ্ধেও "অৰুনোদই"ৰ অভিযান চলিছিল। 'মাউৰ কালত বুৰা দাঙ্গৰিয়াৰ মহত্মাৰ বিবৰন'ত (মেই ১৮৪৭) 'দ.'ই হাইজা মহামাৰিৰ সময়ত কেনেকৈ অসমীয়া মানুহে বুঢ়া ডাঙৰীয়া নামৰ দেওক মানে, তাৰ বৰ্ণনা দিছে। "এই দৰে অসমিয়া মানুহৰ মাজত কোনোএ কোনোএ মাউৰৰ সময়ত কলাৰ ভুঁৰ সাজি চাকি লগাই, চাউল, মাহ, গুৰ, ঘিঁউ আদি কৰি ভুঁৰৰ ওপৰত তুলি দি নদিতে উতাই পঠিয়াই। কোনোএ কোনোএ সেই দৰে চাগলিও দিএ, আৰু কোনোএ মাউৰৰ নাম কৰি বামতো এৰি দিএ। পাচে এই সকলো বস্তু কাউৰে আৰু চোৰে খাই।··· আৰু কোনোএ কোনোএ মুঁতি সাজি নদিৰ পাৰত থই, আৰু থায়ে থায়ে জুমে জুমে সকলো থনতে গধুলি হলে ধোল কোবাই গোটেই থনতে ফুৰি থাকে।" খ্ৰীস্টিয়ান ধৰ্মৰ পোহৰ ঢালি এই কৰ্মবোৰক নিন্দা কৰা হৈছে।

**শিক্ষাৰ প্ৰসাৰ-কামনা ঃ**

সকলো কুসংস্কাৰ, ব্যভিচাৰ, কুৰীতি-অৰীতিৰ সংশোধনৰ উপায়-ৰূপে "অৰুনোদয়ে" শিক্ষাৰ প্ৰচাৰৰ পোষকতা কৰিছিল। "অৰুনোদই"ৰ খ্ৰীস্টিয়ানসকলে নিজেও ঠায়ে ঠায়ে পঢ়াশালি পাতি খ্ৰীস্টিয়ান-অখ্ৰীস্টিয়ানৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ ব্যৱস্থা কৰিছিল। কোম্পানিৰ চৰকাৰেও ঠায়ে ঠায়ে স্কুল পাতিছিল।[১] কিন্তু য'ত চৰকাৰে বঙলা ভাষাক শিক্ষাৰ মাধ্যম কৰিছিল, তাত মিছনাৰিসকলে সাহসেৰে আৰু যুক্তিৰে অসমীয়া প্ৰয়োগ কৰিছিল। ১৮৪৬ৰ ৩১ মাৰ্চ তাৰিখে নগাঁৱত কয়েদি এজনক ফাঁচী দিয়া বৰ্ণনা-প্ৰসংগত 'ম.'ই (মাইলচ্ ব্ৰন্সন ?) লেখিছিল ঃ "এই দেসৰ আগৰ ৰজাবিলাক সামান্য লোকক

[১]১৮৫৪ চনৰ মিলচ্ ছাহাবৰ *Report on the Province of Assam* মতে সমস্ত অসম প্ৰদেশত ৭১ খন স্কুল আছিল ; গোৱালপাৰা জিলাত ১০, লখীমপুৰ ৫, শিৱসাগৰ ১, কামৰূপ ২১, দৰং ৯, নগাঁও ১৩। মন কৰিব লগীয়া যে ১৮২৬ৰ অক্টোবৰতে তেতিয়া স্কট ছাহাবে ১১খন স্কুল পাতি দিছিল। প্ৰথম মিছনাৰি পঢ়াশালিখন নাথান ব্ৰাউন আৰু ওলিভাৰ টি. কাট্টাৰে সদিয়াত ১৮৩৭-ত পাতে।

পৰ্হাই সুনাই গিয়ানি কৰিবলৈ ইচা ন কৰিচিল।[১] কিন্তু এই কালৰ অধিকাৰীবিলাকে সকলো জাতি লোকৰ লৰাবিলাকক বিনা মুল্যে পঁহি সুনি গিয়ানি হবৰ কাৰনে গাঁৱে গাঁৱে স্কুল পাতি বৰ অনুগ্ৰহ কৰিচে, এই নিমিত্তে আগৰ নিচিনাকৈ মুৰ্খ হৈ থকা এতিয়া মন্দ আৰু অতি বৰ লাজৰ কথা" (এপ্ৰেল ১৮৪৬)। 'গিয়ান সভা আৰু স্কুলৰ বিবৰন' প্ৰবন্ধত (চেপ্তেম্বৰ ১৮৪৬) জ্ঞান-চৰ্চাৰ অনুষ্ঠান[২] আৰু স্কুল-কলেজ প্ৰতিষ্ঠা কৰা বিষয়ত গুৰুত্ব আৰোপ কৰা হৈছে আৰু এইবোৰ বিষয়ত বহুতোখিনি আগ বঢ়া কলিকতা মহানগৰ আৰু বংগদেশৰ আদৰ্শলৈ আঙুলিয়াই দিয়া হৈছে। লগতে কোৱা হৈছে, "এতিয়া অসম দেসৰ মানুহবিলাকবো আগতকৈ আপোন লৰাবোৰক সিকাবলৈ মন আচে, তেও ইয়াতকৈও মানুহ-বিলাকৰ বৰ ইচা হবলৈ আমি বাঞ্চা কৰোঁ ; নগৰত থকা ভদ্ৰ লোকৰ সন্তানবিলাকক সদাই লিখা পৰ্হা সিকোআ দস্তুৰ আচে, আৰু গাঁৱত থকা এতৰপ ভাল মানুহেও সিহঁতৰ লৰাবোৰক সিকিব দিএ, কিন্তু কোনো কোনো গাঁৱৰ ভাল মানুহবোৰে সিকিব নি দিএ, আৰু সামান্য মানুহবিলাকেও নি দিএ," আৰু ল'ৰাবোৰক হাল বোৱা, কোৰ ধৰা, ভুঁই ৰোৱা, ধান দোৱা, আফু-তলি উলিওৱা, মুগা পোহা আদি কামত লগায়। বিদ্যা নহ'লে যে ৰুপ-সোণ আদি সম্পত্তি বৃথা, এই কথা লেখকে দঢ়াই কৈছে, আৰু বঙ্গাল দেশৰপৰা বঙালী ল'ৰা গৈ কেনেকৈ ইংলেণ্ডত শিক্ষা লাভ কৰাত 'সেই ল'ৰাহঁতৰ মহলা লোআত, একে লগে পৰ্হা কোনো কোনো ইংৰাজি লৰাহঁততকৈও ভাল'হে পোৱা গৈছে, এনে উৎসাহদায়ক উদাহৰণ দাঙি ধৰিছে, আৰু অসমীয়া মানুহক এই বুলি বিদ্যা-লাভলৈ উদগাইছে : "সেই নিমিত্তে আমাৰ অসম দেসৰ মানুহ-বিলাকেও লৰাবিলাকৰ এফেৰি মান বনক বৰ লাভ জেন ইচা ন কৰি, বিদ্যা সিকিবলৈ দিয়া, তেহে আমাৰ দেসত গিয়ানি আৰু সকলো প্ৰকাৰ সুখি হব।" 'লৰাবিলাকক পঁহিবলৈ সিকোআ বাপেক মাকৰ উচিত' শীৰ্ষেৰে লেখাটিত এটি উপকথা আনি ল'ৰাক বিদ্যা-দানৰ হকে অলপমান ওকালতি কৰা হৈছে। 'অৰুনোদই পৰ্হা সবু লৰাবিলাকৰ প্ৰতি প্ৰথম প্ৰনই পত্ৰ'ত (চেপ্তেম্বৰ ১৮৪৬) 'ম.' ই (মাইল্ছ্ ব্ৰন্ছন ?) ইংৰাজ জাতিৰ প্ৰশস্ততৰতালৈ দৃষ্টি আকৰ্ষণ কৰি কৈছে, "আৰু হে মোৰ চোট বন্ধু লোক সকল, এতিয়া সোধোঁ তোমোলাক কি নিমিত্তে ইংৰাজ লোকৰ তুল্য হোআ নাই ? সিহঁতৰ সৰিল অসমিয়া লোকৰ সৰিলতকৈ বলি নে, নাইবা জন্ম কালত সিহঁতৰ মন তোমোলাকৰ মনতকৈ উত্তম হই নে ? এনে ন হই, কিন্তু সিহঁতৰ অনেক গিয়ান বিদ্যা আচে, এই নিমিত্তে সিহঁতৰ সুখ কুসলাদি বাঁহি আচে।" লেখকজনে ইংৰাজী শিক্ষাৰ বিশেষ আৱশ্যকতাত ভৰ দিছে : "তোমোলাকে জদি ভদ্ৰ আৰু সম্ভ্ৰান্ত হব খুজিচা, তেন্তে ইংৰাজি ভাসা সিকিবা। জদি সিল্প বিদ্যা, আৰু বানিজ্য, আৰু উত্তম বেৱস্থা আৰু ৰাজ নিতি, আৰু ধৰম আদি কৰি সকলো বিসয়ে জানিবলৈ ইচা কৰা, তেন্তে ইংৰাজি ভাসা সিকিবা। জদি এই দেসৰ সকলো লোকৰ আদৰ আৰু প্ৰসংসা পাব খোজা এই ভাসা সিকিবা, আৰু তাতে তোমালোকৰ জি গিয়ান জন্মিব তাক এই দেসৰ ভাসাত লিখি প্ৰকাস কৰিবা।" ইংৰাজী ভাষাত সন্নিৱিষ্ট জ্ঞান তৰ্জমাৰ যোগেদি অসমীয়ালৈ অনাৰ উপদেশ বাৰে বাৰে দিয়া হৈছে। লেখকজনে নতুন শিক্ষাত শিক্ষিত নতুন পুৰুষৰ

১. ঢেকিয়াল ফুকনেও আহোম শাসনৰ চূড়ান্ত ৰূপৰ সময়তো সমাজৰ ওপৰ খাপৰ লোকৰ সংস্কৃত শিক্ষাৰ কাৰণেহে যত্ন লোৱা হৈছিল বুলিছে : During the prosperity of the Native Government, the education of the respectable classes in Sanscrit knowledge always formed an object of social care and attention of the State *(Anandaram Dhekiyal Pukan : Plea for Assam and Assamese*, p. 78).

২প্ৰবন্ধটোত কোৱা হৈছে : "সিৱসাগৰ জিলাতো সেই ৰূপে সবুকৈ গিয়ানৰ সভা এখন পতা হৈচে। আৰু জদি অসম দেসৰ ঠায়ে ঠায়ে এনে সভা পাতে অতি ভাল হব।" ১৮৫৫ ডিচেম্বৰত 'জি. ৰ.'ই (গুণাভিৰাম ?) কলিকতাৰ 'বিদ্যোৎচাহিনি সভা'ৰ কথা, ১৮৫৬ জানুআৰিত প. বা. স.ই (পূৰ্ণানন্দ সৰ্মা ডেকা বৰুআ) 'আসাম দেস হিতৈসিনি' নামে "সিৱসাগৰত সভা পতাৰ কথা" আৰু চেপ্তেম্বৰত সভাৰ সম্পাদকৰূপে তেৱেঁ "অচম দেস হিতৈসিনি সভাৰ পত্ৰ" (A Circular from the Sibsagor Association) লেখে; আৰু 'গ্যান প্ৰদায়িনি সভা'ৰপৰা ভ. শ. স. স. ই (বোধ হয় সভাৰ সম্পাদক কোনো ভ. শৰ্মা) "জ্ঞান প্ৰদায়িনি সভাৰ সম্বাদ" প্ৰকাশ কৰে। গুণাভিৰাম বৰুৱায়ো কলিকতাৰ-পৰা শিক্ষা লৈ আহি জ্ঞানপ্ৰদায়িনী নামে এখনি সভা সংগঠন কৰিছিল।

দায়িত্ব সাব্যস্ত কৰাটি বিশেষ লক্ষ্য কৰিব লগীয় কথা। একেজন লেখকেই 'খেহ আবু অচম দেসৰ ইস্কুলৰ কথা' নামৰ লেখাত (জুন ১৮৫৩) অসমৰ তদানীন্তন শিক্ষা-ব্যৱস্থাত কেবোণ আবু অনগ্রসৰতা আবু তাৰ ফল-স্বৰূপে জন-সাধাৰণৰ মাজত বিদ্যাৰ অসঞ্চাৰ লৈ দুখ কৰিছে। পঢ়াশালিৰ ওজাসকলবো বিদ্যা-দানত আগ্রহ নাই, ল'ৰাৰ পিতৃ-মাতৃবো সন্তানৰ বিদ্যা-লাভৰ প্রতি ধাউতিৰ অভাৱ। কলিকতাৰপৰা চিঠি লেখা 'এজন অচমিয়া লোকে' (জুলাই ১৮৫৪) দেশৰ শিক্ষাৰ দুৰ্ব্যৱস্থাৰ কথা চমুকৈ কৈছে, 'বিদ্যা অভ্যাস কৰাই গিয়ান লভিবৰ দোআৰাই এতিয়া আমাৰ ইংৰাজ দেসাধিকাৰৰ দিনত কোনো কোনো ঠাইত পৰ্হা সালি পতা হৈচে; কিন্তু তাত বিদেসি ভাসাৰ পুথি চলোআৰ গুনে লৰাবিলাকে পাঁহও একো উপকাৰ পোআ নাই। পাদুৰি চাহাব সকলে মিস্যনেৰি পৰ্হা সালিত অচমিয়া পুথি পৰ্হাইচে; কিন্তু তালৈ সৰহ লৰা, খ্রিষ্টিয়ান কৰে বুলি ভয়তে নে জাই। জিবিলাক লৰাই অধ্যাপকৰ তত সংস্কৃত বিদ্যা পৰ্হে, তেওঁবিলাকেও জত কিঞ্চিত মান পাঁহিয়েই সেই মহা উপকাৰি ভাসা আবু ন পৰ্হে। আবু তাৰ পৰা গিয়ান ন জনমি বৰ্হাকৈ কুসংস্কাৰহে জনমে। বঙ্গালি ভাসাৰ পুথি চলা পৰ্হা সালিত পাঁহ লৰাবিলাকে পুথি পাঁহিব পৰা, আবু ৰচাৰিত লিখা পৰ্হা কৰিব পৰা হলেই পৰ্হা সালি তিয়াগ কৰে।" বঙলা ভাষাৰ মাধ্যম চলা চৰকাৰী স্কুল, অসমীয়া মাধ্যমৰ পাদুৰিসকলৰ স্কুল আবু সংস্কৃত টোল—এই তিনিও বিধতে শিক্ষা আগ নাবাঢ়ি বুটি হৈ ৰৈছিল; সেইহে পত্র-লেখকজনলৈ 'আমাৰ দেসৰ পৰা উপকাৰি এজন প্রধান বিচাৰ কৰ্তাই' এবেলি লেখিছিল, "অচমিয়া লোক সকলৰ পৰা বিদ্যা বিসয়ে কোনো ভাল আসা কৰা, আবু সুন্যত ঘৰ কৰা দুয়ো সমান কথা।" অসমৰ পঢ়াশালিত 'বিদেসি ভাসা' বঙলাৰ প্রচলনৰ কথা ইয়াত সামান্য ভাৱে মাত্র স্পর্শ কৰা হৈছে, আবু এই বিষয়ে "অৰুনোদয়ে" ক'তো বহল আলোচনা নকৰিছিল—যদি ব্ৰন্সন, ব্ৰাউন আদি পাদুৰিসকলে কলিকতাত থকা চৰকাৰৰ উচ্চ মহললৈ লিখা-লিখি কৰিছিল, মিল্স অসমলৈ অহাত স্মাৰক-পত্র দিছিল, আনন্দৰাম ফুকনৰ দৰে এই বিষয়ে চিন্তা কৰা লোকেৰে (সেই এজনেই মাথোন তেতিয়া এই বিষয়ে চিন্তা কৰা অসমীয়া লোক!) পৰামর্শ কৰিছিল আবু নিজৰ প্রতিষ্ঠিত পঢ়াশালিবোৰত চলাবলৈ ব্যাকৰণৰ পুথিৰপৰা ইংৰাজী মাধ্যমত অসমীয়া ব্যাকৰণলৈকে পুথি ৰচনা কৰিছিল। জুন ১৮৪৭ৰ পত্রিকাত মাত্র কুৰিটা শব্দত অসমীয়া আবু বঙালী জাতিৰ এটি তুলনা দাঙি ধৰিছে 'ক.'ই। ফেব্ৰুআৰি ১৮৫৪ৰ সংখ্যাত প্রকাশিত 'অচমিয়া ভাসা'-শীৰ্ষক টোকাত কলিকতাৰ 'এজন অচমিয়া লোকে' অসমীয়া ভাষাৰ স্বতন্ত্ৰতাৰ প্রশ্নৰ প্রসংগত লেখিছে: "কোনো কোনো লোকে এনে ভাবিবও পাৰে অচমিয়া ভাসা বঙ্গালি ভাসাৰ পৰা ওলাইচে। কিন্তু এনে চিন্তা কৰা অতি অমূলক। সিহঁত দুইবো যি পৰস্পৰ মিল আচে সে কেবল দুইও সংস্কৃতৰ ঠাল হোৱা দেখিহে হৈচে, নতুবা আন কাৰন নাই। অকল বঙ্গালিও ন হই, সংস্কৃতৰ জি আন এটা ঠাল উৰিয়া ভাসা, সি বঙ্গাল দেসবো সিফাল অচম দেসৰ পৰাও দুৰৈ, তাবো সৰহ কথা [illegible]য়াই সৈতে মিলে। জি সকল কথা তলত লিখা গল, সি বঙ্গালিতকৈও উৰিয়াই সৈতে মিলে।"—এই [illegible] দ যোলটা অসমীয়া শব্দক বঙলা আবু ওড়িয়া প্রতিশব্দৰে তুলনা কৰা হৈছে।

"অৰুনোদই"ৰ থূলে স্ত্রী-শিক্ষাৰ পোষকতা কৰাটি এটি বৈশিষ্ট্যপূর্ণ কথা। এই বিষয়ত আনন্দৰাম ফুকনৰ উৎসাহ বিশেষভাৱে স্মৰণীয়। 'আ.'ই 'বিভিচাৰ বিসয়ক' প্রবন্ধত সমাজৰপৰা ব্যভিচাৰ-কুসংস্কাৰ দূৰীকৰণৰ উপায়-চিন্তাৰ প্রসংগত লেখিছে, "অসমিয়া লোক সকলে সিবিলাকৰ কন্যা সন্তানক একো গিয়ান নি সিকাই, লৰাৰ মনে গিয়ান লবৰ জি ৰূপে জোগ্য চোআলিৰ মনো তুল্য ৰূপে জোগ্য, এতেকে উভয়কে গিয়ান দিলে বিসেস উপকাৰ দাঁসিব।" 'স্ত্রী শিক্ষা' প্রবন্ধ (মেই ১৮৬১) লেখা হ. চ. হ'ল সম্ভৱতঃ হেমচন্দ্র বৰুৱা।

**জ্ঞান-বিজ্ঞানৰ পোহৰ বিলোৱা: নৱজীৱনক আদৰা:**

অজ্ঞান-অশিক্ষা, কুসংস্কাৰ-কুবিশ্বাসৰ বিৰুদ্ধে যুঁজিবলৈ, যুঁজলৈ সাজু হ'বলৈও জ্ঞান-বিজ্ঞানৰ প্রভা সমাজৰ মাজত পৰিব্যাহি লাগিব। বাহিৰৰ পৃথিৱীৰ দেশ, মানুহ আবু আন প্রাণী, বিশ্ব-জগতৰ বৈজ্ঞানিক ধাৰণা, ভৌগোলিক আবু বৈজ্ঞানিক নৱাবিষ্কাৰবোৰৰ বতৰা, মানুহৰ সুখ-সমৃদ্ধি বৃদ্ধি কৰা

পৰিবহণ আদিৰ নতুন উপায়বোৰৰ জ্ঞান "অৰুনোদয়ে" অসমীয়া পাঠকক অবিৰামভাৱে দিয়াৰ যত্নৰ কাৰ্পণ্য কৰা নাছিল। আমেৰিকা-আৱিষ্কাৰ (মাৰ্চ ১৮৪৬) আৰু উত্তমাশা অন্তৰীপ ঘূৰি ইউৰোপৰ-পৰা ভাৰতবৰ্ষলৈ অহাৰ জল-পথ-আৱিষ্কাৰৰ (চেপ্তেম্বৰ, অক্তোবৰ ১৮৪৬) মনোৰম কাহিনী প্ৰথম বছৰতে কোৱা হৈছে। পিছৰ এটা সংখ্যাত (এপ্ৰিল ১৮৫২) খ্ৰীস্টফাৰ্ কলম্বছ্ আৰু যাৰ নামে আমেৰিকাৰ নামকৰণ হ'ল, সেই আমেৰিকো বেস্পুচিৰ চমু পৰিচয় ওলাইছিল। পৃথিৱীৰ বিভিন্ন দেশবোৰৰ বিৱৰণ সম্বাদ-পত্ৰখনিৰ এটি অক্লান্ত বৈশিষ্ট্য। আৰু কিমানবোৰ দেশৰ কথাইযে এইভাৱে কোৱা নহৈছিল!— গ্ৰেট ব্ৰিটেইন (চেপ্তেম্বৰ ১৮৪৬) আৰু তেইমৃছ নৈৰ তলেদি কটা সুৰুঙা (অক্তোবৰ ১৮৪৬), মিছৰ দেশ (অক্তোবৰ ১৮৪৬, আগস্ট ১৮৫১) আৰু তাৰ স্ফিংক্স মূৰ্তি (আগষ্ট ১৮৪৮), শ্ৰীলঙ্কা (জানোআৰি ১৮৪৭, জুলাই ১৮৫৩), কিউবা (জুন ১৮৪৮), চীনৰ মহা গড় (আগষ্ট ১৮৪৮), পূব আফ্ৰিকাৰ জাঞ্জিবাৰ (আগষ্ট ১৮৫০), আফ্ৰিকাৰ দখিন ফাল (অক্টোবৰ ১৮৫০), অষ্ট্ৰেলিয়া (জানুআৰি ১৮৫১), আছিয়াত থকা ভাগ ৰুছিয়া (এপ্ৰিল ১৮৫১) আৰু তুৰ্কীস্থান (মেই ১৮৫১), ছিৰিয়া আৰু পেলেস্টাইন (জুন ১৮৫১), আৰব (জুলাই ১৮৫১) পাৰস্য (চেপ্তেম্বৰ ১৮৫১), আমেৰিকাৰ মধ্য ভাগ (অক্তোবৰ ১৮৫১), ব্ৰিটিংশ উত্তৰ আমেৰিকা (ফেব্ৰুআৰি ১৮৫২), মেক্সিকো (মাৰ্চ ১৮৫২), মধ্য আমেৰিকা (এপ্ৰিল ১৮৫২), পছিম আফ্ৰিকা (মেই ১৮৫২), বৰ্মা (জুলাই ১৮৫২), তাতাৰ দেশ (ডিচেম্বৰ ১৮৫২) আদিৰ ভৌগোলিক বিৱৰণে বহল পৃথিৱীখন পাঠকৰ চকুৰ ওচৰ চপাই দিছিল। নায়াগ্ৰা আদি 'নদি পতন' বা জল-প্ৰপাত (মাৰ্চ ১৮৫১) আৰু 'লাৱা অৰ্থাত তপত জোল' ওলোৱা পৰ্বত বা আগ্নেয়গিৰি এট্‌না পৰ্বত (ফেব্ৰুআৰি '১৮৫৪), হেক্‌লা পৰ্বত (জানোআৰি ১৮৪৬) আদিৰ বৰ্ণনাই পঢ়োঁতাৰ মনত চমক লগাইছিল। অনেক স্থানত ওলোৱা ব্ৰিটনসকলৰ পূৰ্বৰ বৰ্বৰ অৱস্থাৰ কথায়ো সেইদৰে বিস্ময়ৰ নিশ্চয় সৃষ্টি নকৰাকৈ নেৰিছিল (অক্তোবৰ ১৮৪৮, চেপ্তেম্বৰ ১৮৫৩ আদি)। প্ৰাচীন এছিৰিয়াৰ নিনিবি নগৰৰ সচিত্ৰ আভাসো হৈছিল কৌতূহলোদ্দীপক। বিভিন্ন দেশৰ শৱ-সংকাৰৰ পদ্ধতিৰ (জানোআৰি ১৮৪৭) আৰু ভোজনৰীতিৰ বৰ্ণনা (জুলাই ১৮৪৭) পঢ়িও এশ বছৰৰ আগৰসকলে বিস্ময় মানিছিল চাগৈ, যেনেকৈ হয়তো সংবাদত ওলোৱা আমেৰিকাৰ মিল দেশৰ (যুক্তৰাষ্ট্ৰ) বৰ কৰ্টাকক (এম্বেছেডৰ্) খেহ দেশৰ মন্ত্ৰীয়ে দিয়া বৰা-খানাৰ 'মেনু'-খন পঢ়ি (ফেব্ৰোআৰি ১৮৪৭) সিসকলৰ চিক্ চিক্ চাক্ চাকৰ শেষ নপাৰিছিল। নিউ জিলাণ্ডত হাড়-মূৰৰপৰা অনুমান কৰি উলিওৱা প্ৰাগৈতিহাসিক ডিৰ্নচি চৰাইৰ চিত্ৰ (ডিচেম্বৰ ১৮৫০) বিশ্বাস-কৰিবা-নে-নকৰিবা বিধৰ। বলদ আৰু গাই গৰু, ঘোঁৰা, ম'হ, হাতী, বাঘ, বান্দৰ আদি আমাৰ দেশত পোৱা জন্তু, ভেকুলি আৰু কেমটাই-পহু বা বনৰৌ, মৌমাখি আৰু কাকতী-ফৰিং, কাছ আৰু, ফেটী-সাপ আদিৰ মনত লাগি যোৱা বৰ্ণনাৰ বাহিৰেও দূৰ-দেশৰ নানা পশু-পক্ষী আদিৰ ৰূপ আৰু স্বভাৱৰ পৰিচয়ো "অৰুনোদয়ে" কঢ়িয়াই আনিছিল—তিমি মাছ (নৱেম্বৰ ১৮৪৬), জিৰাফ (আগষ্ট ১৮৪৯), উট চৰাই (চেপ্তেম্বৰ ১৮৪৯), বিবাৰ (জানুআৰি ১৮৫০), নেগুৰ বজোৱা সাপ (ফেব্ৰুআৰি ১৮৫০), ইগুৱানা (মাৰ্চ ১৮৫০), দোদো চৰাই (এপ্ৰিল ১৮৫০), কাছোৱাৰি চৰাই (মেই ১৮৫০), সমুদ্ৰৰ সাপ (নৱেম্বৰ ১৮৫০), গলায়া আৰাটু ভাটৌ (চেপ্তেম্বৰ ১৮৫১), আৰিকাৰি চৰাই (মেই ১৮৫৩), জেব্ৰা (আগষ্ট ১৮৫৩), পেৰু চৰাই (জুন ১৮৫৪)। জীৱবিদ্যাৰ বহুত বাৰ্ত্তাই এইদৰে "অৰুনোদই"ৰ পাতত আমাৰ বাবে সঞ্চিত হৈ আছে। উদ্ভিজ্জিদ্যাৰ বহু-ৰূপে লং গছ (ডিচেম্বৰ ১৮৪৭) আৰু জাইফলৰ গছৰ (মাৰ্চ ১৮৪৮) সবু বিৱৰণ দুটি পাওঁ।

"অৰুনোদয়ে" এচিত্ৰই সৈতে যেনেকৈ 'ৰেবাব টেঙাৰ নিচিনা গোল পৃথিৱি'ৰ (ফেব্ৰোআৰি ১৮৪৬) পূব আৰু পছিম ফালৰ নক্চা দি ভূগোল বুজাইছিল, পৃথিৱীৰ দেশবোৰৰ কালি-পৰিমাণ আৰু প্ৰজাৰ হিছাপ দিছিল (এপ্ৰেল-মেই ১৮৪৬, জানুআৰি ১৮৪৯), সেইদৰে আকাশৰ দ্বাদশ ৰাশি আৰু সাতাইছ নক্ষত্ৰৰ চিত্ৰ (ডিচেম্বৰ ১৮৪৮) দি ভাৰতীয় জ্যোতিষৰ লগত পাশ্চাত্ত্য জ্যোতিৰ্বিদ্যাৰ মিল দেখুৱাইছিল, আধুনিক বিজ্ঞানমতে গ্ৰহ, সূৰ্য, চন্দ্ৰ আৰু তৰাবিলাকৰ, চন্দ্ৰ-গ্ৰহণ সূৰ্য-গ্ৰহণৰ বিৱৰণ দি (ফেব্ৰোআৰি ১৮৪৬, ফেব্ৰুআৰি ১৮৫৩, ফেব্ৰুআৰি ১৮৪৯) পুৰণি ধাৰণা গুচাই আধুনিক জ্ঞান প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছিল। ইংৰাজী কেলেণ্ডাৰৰ মাহ-দিনৰ লগত ভাৰতীয় পঞ্জিকাৰ মাহ-দিন মিলাবলৈ শিকোৱা হৈছিল (ডিচেম্বৰ

১৮৪৮)। দূৰবীন (মাইক্ৰোস্কোপ)-আৱিষ্কাৰ, পানীৰ টোপালটোতে থকা অলেখ জন্তু অৰ্থাৎ জীৱাণু (জু ১৮৪৭ : 'ব্ৰাহ্মান মহন্ত আদি কৰি প্ৰিথিবিৰ সকলো মানুহে পানিৰ লগতে এনে জন্তু লাখ লাখ ... আচে'), পৃথিৱী তথা প্ৰকৃতিৰ অন্যান্য পদাৰ্থৰ আকৰ্ষণ-শক্তি (ডিচেম্বৰ ১৮৪৭, অক্টোবৰ ১৮৫২), চৌম্বক কম্পাছ, ক্লোৰোফৰ্ম (মাৰ্চ ১৮৪৮ ; শিৱসাগৰ নগৰত ডাক্তৰ লণ্ডে তাক প্ৰথম ব্যৱহাৰ কৰে —আগষ্ট ১৮...), বায়ুৰ ওজন লোৱা যন্ত্ৰ (এপ্ৰিল ১৮৫৩)—বৈজ্ঞানিক জগতৰ এনে নতুন নতুন আৱিষ্কাৰৰ কথা "অৰুনোদই"ৰ পাঠকে জানি আছিল। দেশত মাউৰে ধৰিলে বুঢ়া ডাঙৰীয়া আৰু ভূত-প্ৰেতৰ পূজা কৰা অনুচিত (মেই ১৮৪৭), এই কথা বুজাবৰ যত্ন কৰা হৈছিল। ১৮৫৩ চনত মাউৰত অসমত যোল হেজাৰৰ অধিক লোক মৰিছিল ; কলিকতাত ডাক্তৰি পঢ়ি থকা মিৰ মজফৰ হুচেনে 'ইংৰাজি বেজ বৰুআ সকল'ৰ মতে মাউৰে ধৰা মানুহৰ কি চিকিৎসা কৰিব লাগে, তাক লেখিছিল ; আৰু কেপ্টেইন হলৃৰয়েডৰ মতে মাউৰ... গৰুক দিয়া ঔষধ আদিৰ ব্যৱস্থা "অৰুনোদই"ত প্ৰকাশ পাইছিল (নৱেম্বৰ ১৮৫৩)। এইদৰে ৰোগ-ব্যাধি কালত পুৰণি অন্ধবিশ্বাসক প্ৰশ্ৰয় নিদি নব্য চিকিৎসা প্ৰয়োগ কৰাৰ প্ৰতি জনসাধাৰণক টানিবৰ যত্ন কৰা হৈছিল। আধুনিক বিবিধ এৰোপ্লেন বিমানৰ আগ-বতৰা অনা কাপোৰৰ বেলুনৰ (অক্টোবৰ ১৮৪৭, ১৮৫০) আৰু ছপাখানাৰ (মাৰ্চ ১৮৪৬, জুলাই ১৮৪৯, এপ্ৰিল ১৮৫৩) কাহিনী মনোৰমকৈ বৰ্ণোৱা হৈছে। উত্তৰ পাৰৰ দয়াৰাম চেটিয়াইতো শিৱসাগৰৰ মিছন ছপাখানা চাই বিস্ময় মানি ('ধন্য ধন্য ইংৰাজিহে বুধিমান হই, দেৱৰ নিৰ্মান কাম মানুহে কৰই') তাৰ বিৱৰণেৰে পয়াৰকে ৰচনা কৰি পেলাইছিল (ফেবৰুআৰি ১৮৫৩) —কলিকতাৰ ৰূপচাঁদ পক্ষীয়ে যেনেকৈ ছপাকলৰ দৰে চাৰিওফালে কল-কাৰখানা দেখি চিঞৰি উঠিছিল— 'পাটের কল আর ময়দার কল,/রেড়ির কল, কাপড়ের কল, সুরকির কল,/জল তোলা কল, খোয়া ভাঙ্গা কল।/...কলাকৃতি ঐরাবৎ করে এক দিবসে সোজা পথ।...এর পরে কলেতে বানাবে ছেলে' (কলিকাতা বৰ্ণনা)। অসমৰ প্ৰাকৃতিক সম্পদৰ প্ৰতিও "অৰুনোদই"ৰ লেখকসকলে দৃষ্টিপাত কৰিছিল। উদাহৰণ-স্বৰূপে লো আৰু তীখাৰ কথা কৈ এজনে লেখিছে, "অসম দেসৰ সকলো পৰ্বতত লো আচে, কিন্তু অসমিয়া মানুহে তাক বুজ নে পাই এলাহ কৰি থাকে, অনেক বনিয়াৰ বহু উপকাৰি এনে লো বিচাৰকৈ পৰ্বত নে খানে, আপোনাৰ অৰ্থ বাঁহিবলৈ, আৰু দেসৰ উপকাৰ হবলৈকো কোনেও একো পুৰুসাৰ্থ ন কৰে" (অক্টোবৰ ১৮৪৬)।

নতুনকৈ প্ৰৱৰ্তিত হোৱা ডাক-তাঁৰ আদি সংযোগ-ব্যৱস্থা আৰু ভাপৰ গাড়ী আৰু নাও আদি পৰিবহণ কেনেকৈ দ্ৰুত গতিত ভাৰতৰ সুখ-সুবিধাৰ অৰ্থে কামত লাগিছিল, তাৰ খবৰ কাকতখনে আমাক দিছিলহি। ১৮৪৫ৰ "৮ ডিচেম্বৰৰ ডাক লণ্ডন নগৰৰ পৰা আহি ৩৯ দিনত কলিকতা পালেহি।" আৰু "লেপ্টেনন্ত উআঘৰ্ন নামে এজন সাহাবে ইংলণ্ডৰ নিমিত্তে বম্বাইৰ পৰা এক ডাক লৈ ফ্ৰাঞ্চৰ বাটে দি ন গৈ জৰ্মানি দেসে দি নকৈ বাট লৈ, ২৯॥ দিনৰ মুৰত ৩১ অক্টোবৰ তাৰিখত লণ্ডন নগৰ পালেগৈ। ফ্ৰাঞ্চে দি জোআ ডাক ৩ নৱেম্বৰত পালেগৈ" (ফেব্ৰোআৰি ১৮৪৬)। "সেই মাহৰ ভিতৰত ... আৰু ৫৯৩৪ সমাচাৰ দৰ্পনবোৰ বাম ডাকে দি, ইংলণ্ড দেসলৈ পঠাই দিলে। সেই মাহৰ ভিতৰত ইংলণ্ডৰ পৰাও ২৬৭৮৪ চিঠি আৰু ২৬১৭৪ মান সমাচাৰ দৰ্পন বম্বেইলৈ পঠাই দিলে" (নৱেম্বৰ ১৮৪৬)। লণ্ডন চহৰৰপৰা ডাক আহি শিৱসাগৰ পাওঁতে দুমাহহে লাগিছিল। ১৮৪৮ৰ ৭ জুলাইত লণ্ডন এৰা ডাক ৩৬ দিনত কলিকতা পাই ৩১ আগষ্টত শিৱসাগৰ পায়হি (চেপ্তেম্বৰ ১৮৪৮)। ১৮৫৪ চনৰ "প্ৰথম জুন তাৰিখৰ পৰা হিন্দুস্থানৰ মাজত জিমান দুৰলৈ জাওক, তথাপি ডাকত নিয়া চিঠিৰ মাচুল সদাই সমানে এক অনা এক অনা হব বুলি সুনিচোঁ। মহা ৰানিৰ নকচা এক অনাকৈ কিনি সকলো চিঠিত লগাই দিব লাগে" (মেই ১৮৫৪)। বিজুলী-ডাক বা ইলেক্ট্ৰিক্ টেলিগ্ৰাফ্ নতুন যুগৰ দান। তাৰ কায়দা-কিটিপৰ কথা, ইংলেণ্ডত তাৰ প্ৰচলনৰ কথা, আমেৰিকাতো ১৮৪৭ৰ ডিচেম্বৰত চলাবৰ ব্যৱস্থা কৰাৰ কথা সেই চনৰ আগস্ট মাহৰ কাকতে বৰ্ণনা কৰিছিল। ইংলেণ্ড আৰু ফ্ৰাঞ্চৰ মাজৰ 'ডোবৰ নামে সাগৰৰ সুঁতি'ৰ তলেদি গুণা লগাই দুই দেশৰ মাজত বিজুলিৰ সহায়েৰে কথা পতাৰ যত্ন চলিছিল (নৱেম্বৰ ১৮৫০)। ১৮৫৪ৰ এপ্ৰিলত সম্বাদ দিয়া হ'ল : "এই হিন্দুস্থান দেসত এতিয়া ইলেকট্ৰিক টেলেগ্ৰাফ, অৰ্থাত বিদুলি ডাকৰ

দোঅাৰাই বাত্রা পঠাবলৈ ধৰিছে।" আগ্রাৰপৰা কলিকতালৈ ওৰে বাটে খুঁটা পোতাই গুণা লগাই এই ডাক চলোৱা হ'লেই, ফলত "২৭ মার্চ তাৰিখত জি জাহাজবোৰ কলিকতা পালেহি, সেই সকলোৰে নাম কলিকতা আৰু আগ্রাৰ সম্বাদ পত্রত একে দিনাই চাপা হল, কাৰন বিদুলি ডাকৰ দোঅাৰাই সেই কথা পঠালে।" কলিকতা আৰু বোম্বাইৰ মাজতো তেনে ব্যৱস্থা কৰা হৈছে ; তেতিয়া বাৰ-তেৰ দিন লগা ডাকৰ খবৰ একে দিনাখনেই কলিকতাৰপৰা বোম্বাইলৈ গুণাত সোমাই যাব পাৰিব। সেই কালত এই ইলেক্ট্রিক্ টেলিগ্রাফক ভূত-পিশাচৰ কর্ম বুলি ভাৰতবর্ষত অন্ধবিশ্বাস উপজিছিল। ৰেলগাড়ী আৰু ৰেলপথতো সেইদৰে মানুহে ভূত দেখা পাইছিল। কিন্তু প্রথম প্রকাশতে "অৰুনোদয়ে" সুখবৰ আনিছিল ঃ "বঙ্গাল হিন্দুস্থান দেসত ধু'আৰ ৰথ জোআ ৰেলৰদ পাতিবলৈ অনেক মানুহে নিবেদন কৰাত ইংলণ্ডত থকা শ্রীজুত কম্পানি বাহাদুৰে তাৰ উপাই কৰিবৰ নিমিত্তে এই দেসাধিপতি গবৰনৰ জেনৰল চেৰ হেনৰি হাৰ্ডিঞ্জলৈ সেই মাহৰ ৭ তাৰিখত চিঠি দিলে। সেই কথা সিধি হলে এই দেসৰ মানুহে আন দেসি লোকৰ নিচিনা শ্রম নো হোআকৈ অতি বেগেৰে অহা জোআ কৰি অনেক লাভ পাব" কাৰণ "ইউৰপৰ সকল দেসত এনে ভাপৰ কল লগা ৰথ" "এক ঘৰিতে তেৰ কুৰি, দু কুৰি, তিনি কুৰ মাইল অর্থাত এইমান ডাঁৰৰ বাট জাব পাৰে ; কোনো কালত তাতকৈ অধিকো জাই।" লগতে নক্চা এখন দি কেনেকৈ ভাপ-কল, নাগমাটি, বস্তু-বাহানি, মানুহ, গৰু, মেৰ ছাগ নিয়া সাতখন ৰথ একেটা কলে টানি নিয়ে তাক দেখুওৱা হৈছে (জানোআৰি ১৮৪৬)। দুমাহ পিছতে বতৰা দিয়া হ'ল, "কলিকতা ৰেলোএই নামে কল ৰথ জোআ এটা ৰেলৰদ কলিকতাৰ পৰা ভগৱান ্গোলালৈ পাতিবলৈ ধৰিছে।" দুই ঠাইৰ মাজৰ ১২৫ মাইল কল-ৰথে ছঘণ্টাত যাব পাৰিব, এজন মানুহৰ খৰচ ষোল টকা আৰু এমোন বস্তু নিয়া খৰচ ছঅনামান হ'ব (মার্চ ১৮৪৬)। এলাহাবাদ দিল্লীহিৰ মাজতো ৰেইলৰোড পতাৰ দিহা হৈছে (জুন ১৮৪৬)। 'কলিকতা নগৰত থকা তোমোলাকৰ বন্ধু এজন অচমিয়া লোকে' তেওঁৰ চতুর্থ পত্রত ইংলণ্ড আৰু অচম দেশৰ অৱস্থা তুলনা কৰি লেখিছিল (অক্টোবৰ ১৮৫৩) ঃ 'কলিকতাৰ পৰা পচিম দেসলৈ ৰেইল ৰদ নামে ভাপৰ গাঁৰি চলাব খুজিচে। এই গাঁৰিৰ এনেহে গুন জে কলিকতাৰ পৰা একে দিনতে কাসিলৈকে জাব পাৰি। বিচাৰি চোআ, জি কাসি এমাহৰ বাট গৈও পাব নোআৰে, এনে কাসি এদিনতে পোআ জাব।" ১৮৪৭ৰ চেপ্তেম্বৰৰ কাকতে 'কলিকতাৰ পৰা গুআহাটিলৈ ভাপৰ নাও অহা জোআৰ কথা' ক'লে ঃ "ঢাকাই দি গুআহাটিলৈ তিনি বচৰলৈকে মাহে মাহে ষ্টিম্ বোট, অর্থাত ভাপৰ নাও পঠাবলৈ গবর্নমেন্টে আগ্যা দি খিৰ কৰিলে। আগষ্ট মাহৰ ১৩ তাৰিখত জমুনা নামে এখন ষ্টিম্ বোট কলিকতা এৰি ২৯ তাৰিখত মোকাম গুআহাটি পালেহি ; তাতে তিনি দিন মান থকাত, সেই জিলাৰ সাহাব, মেম সাহাব, আৰু অসমিয়া অনেক ভদ্রলোক, মুঠে তিনি স মান মানুহ ষ্টিম্ বোটত উঠি, অলপমান উজাই গৈচিল, তাৰ পাচে ভাটিলৈকো কিচু দুৰ গৈ আকও গুআহাটিলৈ উভতি আহিল।" এই জাহাজ চলাৰপৰা লোকৰ, বিশেষকৈ বেপাৰীসকলৰহে বৰ সুবিধা হ'ব, সেই কথাও দঢ়াই কোৱা হৈছে। উপর্যুক্ত 'জমুনা' নামে জাহাজতে ভ্রমণ কৰি মফাট্ মিল্স ১৮৫৩ৰ ৮ জুনৰ দিনা শিৱসাগৰ পায়হি (জুন ১৮৫৩)। ১৮৪৮ৰ জুলাইত জাহাজ কলিকতা এৰি ২৬ তাৰিখে গুৱাহাটী পাই ২৯ তাৰিখ শনিবাৰৰ ৰাতিপুৱা "অনেক চাহাব লোক উঠি নগাঁৱলৈ জাবৰ নিমিত্তে জাহাজ মেলি দেওবাৰত নগাঁও পালেগৈ। তাতে দু দিন মান থাকি উজোৱা ভটিওৱা কৰি সকলো মানুহক দেখাই বৰ সন্তোস কৰালে। আৰু উজাই জাবৰ নিমিত্তে কলঙ্গৰ ওপৰত জি বৰ দলঙ্গ, তাক ভাঙ্গি ১০।১২ ডাঁৰৰ বাট উজালে। পাচে বুধবাৰৰ ৰাতি পুআ ৭ বজাত উভতি সেই দিনাই ৫ বজাত গুআহাটি পালেগৈ" (চেপ্তেম্বৰ ১৮৪৮)। ইংলেণ্ডৰ বিদ্যাৰ মহিমা বর্ণাওঁতে কলিকতা নগৰত থকা 'এজন অচমিয়া লোকে' কৈছে, "লণ্ডন নগৰৰ পৰা কলিকতা নগৰ প্রাই ১০,০০০ মাইল দুৰৈত আচে, কিন্তু ভাপ জাহাজে প্রাই এমাহ আৰু আঠ ন দিনতে নানা সমুদ্র পাৰ হৈ আহে" (অক্টোবৰ ১৮৫৩)।

**নতুন জীৱনৰ নতুন ভাষা ঃ**

"অৰুনোদই"ৰ যুগ আধুনিক জীৱনৰ নৱপ্রভাত। নতুন জীৱন, নতুন ধৰণ-ধাৰণা, নতুন জ্ঞান, নতুন বস্তু-বাহানি পুৰণি এই সকলোৰে মাজত সোমাই পৰিছিল। নতুনবোৰে নতুন শব্দ আৰু প্রকাশৰ

আৱশ্যকতাৰ সৃষ্টি কৰিছিল। এই বিষয়ত নতুনে যিমান পাৰে পুৰণিৰ লগত আপোচ কৰি লৈছিল। নতুনকৈ অহা মহাসাগৰৰ সিপাৰৰ আমেৰিকান পাদুৰি চাহাবসকলে বৈজ্ঞানিকভাৱে অসমীয়া ভাষা আয়ত্ত কৰিবৰ কাৰণে যত্নৰ ত্ৰুটি কৰা নাছিল। পৰা পক্ষত তেওঁলোকে আৰু তেওঁলোকৰ অনুগামী স্থানীয়সকলে ইংৰাজী আদি ইউৰোপীয় ভাষাৰ শব্দৰ পৰিৱৰ্তে অসমীয়া মূলৰপৰা নতুন অসমীয়া শব্দৰ সৃষ্টি কৰি লৈছিল, পুৰণি শব্দ নতুন অৰ্থত প্ৰয়োগ কৰিছিল; কিন্তু নোৱৰা পক্ষত বিদেশী শব্দ ব্যৱহাৰ কৰিবলৈ সংকোচ নকৰিছিল। কোনো কোনো ঠাইত বিদেশী শব্দ দি অসমীয়াত তাৰ বহলাই অৰ্থ দিয়া হৈছিল।

নতুন খ্ৰীস্টধৰ্মৰ বাণীৰ বাবে প্ৰয়োজনীয় কিছুমান শব্দৰ অসমীয়া ৰূপ (তলৰ শব্দৰ তালিকাত দিয়া শব্দবোৰৰ লগৰ সংখ্যাবোৰ হ'ল এই সংকলনৰ পৃষ্ঠাৰ তলত দিয়া পৃষ্ঠা-সংখ্যা)ঃ

amen, "আমেন"
apostle, "পাঁচনি" ১৬। নক'লেও হ'ব যে অসমৰ সত্ৰত এই শব্দৰ প্ৰচলন পূৰ্বৰেপৰা আছিল।
baptism, "বুৰ", "বুৰ পোআ", ১১, ১১২
baptist, "বাপ্তিষ্ট অৰ্থাত বুৰ দিওআ", ১১২
Bible, "ধৰম পুথি" ৩, ১১২, "ধৰম পুস্তক" ১৭১। ১৮১৩ চনতে কেৰিৰ অসমীয়া "বাইবেল"ক বণ্ডলাখনৰ (১৮০১) দৰে "ধৰ্ম্মপুস্তক" বোলা হৈছিল।
church, "গির্জা অর্থাৎ নাম ঘৰ", ২৩৭
Christianity, "সত্য ধৰম", ২৩২। এয়া ঠিক প্ৰতিশব্দ নহয়।
cross, "পেৰেকনি", ৪০, "পেৰেক কাঠ", ৪৪৫। দুডাল কাঠ কেঁচিয়া-কেঁচিকৈ জে বান্ধিলে পেৰেওনি বা পেৰেংকাঠ হয়। ক্ৰেবেওণি কিন্তু সুকীয়া।
Day of Judgment, "সোধৰ দিন", ৪৪৪
Deluge, "জলপ্লাবন", ৬০, "জলপ্লাবন" ২০৮
elder, "বুৰা ভকত", ১৯
gospel, "সুভ বাৰ্ত্তা", ৩৯
Jew, "য়িহুদি", ২৪৬
martyr, "মার্তৰ", ১৬, "মাৰ্তৰ অৰ্থাত [জিবিলাকে] ধৰমৰ সাধি খ্ৰিষ্টৰ নামৰ নিমিত্তে মৰনৰ দুখ ভোগ পালে", ১৯
missionary, "মিস্যনেৰি" ৮
padre (পোর্তুগীজ শব্দ), "পাদুৰি", ১১
Pope, "পাপা অৰ্থাত ৰোমিয়া ৰজা", ১২২
Roman Catholic religion, "ৰুমিয়া ধৰম", ১১
Sabbath, "বিস্ৰাম দিন অৰ্থাত দেওবাৰ", ১০৯
Society, Church, "মণ্ডলী", ২, ৯১, "সমাজ" ৯২

নতুন ভূগোলৰ জ্ঞানে অনা ঠাই, বস্তু আদিৰ নাম ঃ

aurora, "অৰোৰা অৰ্থাৎ উত্তৰ অৰুন", ২১৫
China, "খেহ দেস", ৯৯১। "চিন দেস", ২৩৩, নামো চলিছিল।
Chinese, "খেহ লোক" ৯২১
coal, "নাগমাটি" ২
compass, "কম্পাচ", ২০
crater, "ভুমুক", ৪
Englishman, "ইংৰেজি", ১২, "ইংৰাজি", "ইংৰাজ" ১২৮
Frenchman, "ফ্ৰাঙ্কি", ২, Frank শব্দৰপৰা ফিৰঙ্গ, ফিৰিঙ্গী, ফিৰিঙ্গি হৈছিল—অন্যত্ৰ।
giraffe, "জিৰাফ অৰ্থাত নাহৰ কুটুকিয়া পহু", ৩৬৪
grape, "লতাপনিয়াল", ৮৮। সময়ত আৰবী-ফাৰ্চী-মুলীৰ "আঙুৰ"/"আঙ্গুৰ" দুৰ্হিত হ'ল।
gulf, "গল্ফ অৰ্থাত মহাখাল", ৬৯
hour, "ঘৰি", ২। এইটো শব্দ অসমত পুৰণিৰেই হৈছিল। "চ ঘৰি অৰ্থাত প্ৰহৰ", ১৭, "ছ ঘণ্টা বা দুটা প্ৰহৰ"

ice, "পানি সিল", ৩১ ; "পানিৰ সিল" ১০১ । আৰবী-ফাৰ্চী মূলীয় "বৰ্ফ" শব্দটো লোকতে জোৰা মাৰিছিল যদিও অতি সোনকালেই সি "অৰুণোদই"ত সোমাই পৰিল ; "বৰফ, অৰ্থাত পানি সিল", ৪৬১
island, "মাজুলি" বুলিয়ে সকলো দ্বীপৰ কথা উল্লেখ কৰা হৈছিল ; "দ্বিপ"ক পিছতহে গ্ৰহণ কৰা হয় । টাহিটি মাজুলি, ২, আইচলেণ্ড মাজুলি, জামেকা যব মাজুলি, ৪—গুনিবৰ্ণেকে সুৰুজা ।
lava, "লাবা অৰ্থাত তপত জোল", "পৰ্বতৰ জুই আৰু ভাপেৰে গলি ওলোৱা বস্তু" ৪ । সেই কালত আৰু তাৰ পূৰ্বতো "পাহাৰ" শব্দ অসমীয়াত প্ৰচলিত নাছিল ; শৰণীয়া পৰ্বতো পৰ্বত, হিমালয়ো পৰ্বত । শংখচন্দ্ৰ গোস্বামীৰ "ভূগোল-পাঠ"ৰ দিনৰপৰাহে হিমালয় পৰ্বত হৈ থ'ল ; কিন্তু নগা পাহাৰ, গাৰো পাহাৰ আদি পাহাৰ বুলি ভজৰ থাপত্ৰৈ নামিল ।
Mediterranean Sea. "ভূমাজৰ সাগৰ", ১১
mile. "মাইল" ("৫ মাইল অৰ্থাত আৰ্হৈ ক্ৰোস", ১৪)
navigator. "নাওবৈচা", ২০
oyster. "ঐস্তৰ নামে এবিধ ভালৰ সামুক", ১৫
Pacific Ocean. "পাচিফিক" ৩১১
rail-road. "ধুঁআৰ ৰথ জোআ ৰেলৰদ", ২ ; "ৰেল্ৰদ অৰ্থাত কল ৰথ জোআ লোৰ ডাল", ১০১ ; "ৰেল ডাল" ১৬৬
railway car. "ধুঁআৰ ৰথ", ২ ; "কল ৰথ", ১০১ ; "ভাপ ৰথ" ১৬৬
ship. "ভাপৰ নাও", ১৬৯ ; "জাহাজ", ১৬৯, ২৬১ ; "জাহাজ নাও", ২৭৫ । "নাও" সংস্কৃতজ ; "জাহাজ" আৰবী-ফাৰ্চী-মূলীয় ; "জাহাজ নাও" হ'ল ইংৰাজীত যাক বোলা হয় translation compound, সেই লেখীয়া ।
tide, and ebb. "জোআৰ ভাটা", ৭০ । "জোআৰ" অসমীয়াত কিছু পুৰণি ; "গুৰু-চৰিত-কথা"ত সাগৰত "যোৱাৰ" উঠাৰ কথা আছে ।
United States of America, "আমেৰিকা মিল দেস", ১

নতুন জগতৰপৰা অহা শিক্ষা, চিকিৎসা, আদালত, কাৰ্যালয়, বেংক আদিয়ে বহুতৰোৰ নতুন শব্দ দিলে বা পুৰণি শব্দক নতুন অৰ্থ দিলে ।
ambassador, বৰ কটকি (ফেব্ৰুৱাৰি ১৮৪৭)
assistant. "সহাই", ১৫ ( জাহাজৰ কাপ্তানৰ এছিস্টেণ্ট )
bank, "বেঙ্ক", "বেঙ্ক গোলা ঘৰ", ৪০৮
captain, "কাপ্তান", ১৫ । মায়ামৰীয়া বিদ্ৰোহৰ কালতে পাশ্চাত্য ধৰণে শিক্ষিত সৈন্যৰ অধ্যক্ষ বুঢ়াগোহাঁই-পৰীয়া কাপ্তান চন্দ্ৰ গোহাঁই বিখ্যাত ।
collector, "কলেক্টৰ", ২৭৬
collectorate, "কালকটৰি", ৯৭৩
commission, "কমিস্যান", ৫৩৯
commissionary, "কমিস্যানৰি" ৯৭৩
company, "কম্পানি", ৫৯১
council, "কৌন্সল", ৫৩৯
court, "কচাৰি ঘৰ", ৯৭৩ (অচমিয়া লোকে জাক বোলে দোপদৰ ।' তাৰ ভাগ—'কালকটৰি চৰাচৰি ফৌজদাৰি দেওআনি') । ফিনাবাম সন্নিয়াই (মাৰ্চ ১৮৫১) 'চুপ্ৰিম কৌৰ্ত/কাচাৰি'ৰ বৰ্ণনা দিছিল ।
doctor, "ইংৰাজি বেজ বৰুআ" ১০৫৫
exhibition, "মহা দৰ্সন", ৪৫৫
Government, "গৱৰ্নমেণ্ট", ৫৩৯
hospital, "বেজ সাল", ৭৩ ; "হস্পিটাল", ৯৪ ; "হাস্পিটাল", ৯৭৪ । আজিও "হস্পিটাল" চলি আছে আৰু একপ্ৰকাৰ বওআ "হাসপাতাল"ৰ (হাঁহৰ যেন পাতালপুৰী) অনুকৰণ "আস্পতাল" ।
insurance, "বিমা", ৫৯১
judge, "জজ", ২৭৬
law, "কানন" (কানুন), ২৬ । শব্দটো "অৰুণোদই"ৰ বহুত ঠাইতেই ব্যৱহৃত হৈছে ।

library. "পুথিসালি", ৭৯

magistrate. "মাজেস্টৰ", ৩। কথিত অসমীয়াত registered-এ 'ৰাজেস্টৰ' 'ৰাজেষ্টৰী' আৰু magentaই 'মেজেণ্টৰ' ৰূপ লোৱা তুলনীয়। "মাজিষ্ট্রেট", ২৭৬

medical college. "মেডিকেল কলিজ অৰ্থাত প্ৰধান বেজৰ স্কুল", ৫০। ইতিমধ্যেই (১৮৪৬) ইংৰাজীৰ school শব্দ চিনাকি হৈ পৰিছিল; কিন্তু college তেতিয়াও নাগ্ৰুত। কিন্তু পিছত "কলেজ" (৫৩৯) শব্দও সোমাইছে।

mint. "টেকচত অৰ্থাত মাইকি পোআলি সাল", ১৫৭। 'মাইকী পোৱালি যন্ত্ৰ' আহোম ৰজাৰ দিনৰে। কিনাৰাম সত্ৰিয়াইতো "কলিকতাৰ সুখিয়াতি" পদাত (মাৰ্চ ১৮৫১) একখণ্ড কলিকতাৰ কথাৰে 'টাকচাল বৰ্নন'কে দিছে।

museum. "দৰ্সন ঘৰ", ৬৪৬। পিছৰ ব্ৰিটিংশ যুগৰ "যাদুঘৰ" আজিকালিৰ পাৰিভাষিকৰ সময়ত "সংগ্ৰহালয়" নামে পৰিচিত।

office. "অফিচ", ৫৩৯

parliament. "ৰাজ মেল", ২৭৬

police. "পোলিচ", ৩০৩। আজি-কালি "পুলিচ" হ'ল "আৰক্ষী"।

school. "ইস্কুল", ৮। "পৰ্হা সালি" আৰু "স্কুলো" সমান্তৰাল।

zoo. "পহু গৰ", ৯; "পহু গঁৰাল", ২১৪; "পহু থোআ ঠোঙ্গ", ২২১

ছপাখানা অসমত বহাৰ আগৰপৰা বঙলা 'ছাপাখানা' নামটো জনাজাত হৈছিল। "অৰুনোদযে" পোনৰেপৰা তাক "চাপা খানা," ২৪, বুলিছিল আৰু "চাপা খানা প্ৰেচ," ২৪, বুলি translation compound কৰি অৰ্থটো স্পষ্ট কৰিছিল। 'ন ল.'ই মাৰ্চ ১৮৪৬ত 'প্ৰিন্তিং প্ৰেচৰ বিবৰন, অৰ্থাত ছাপাখানাৰ আখ্যান' কৈছে। ফেবৰুআৰি ১৮৫৩ত 'চাপাখানাৰ বিবৰন'ত দয়াৰাম চৌটিয়াই ছপাশালত ব্যবহাৰ হোৱা ইংৰাজী শব্দবোৰো বিনাদ্বিধায় তেওঁৰ পয়াৰত ব্যৱহাৰ কৰিছে—কেইচ (case), কম্পোচ (compose), কৰেক্ত (correct), ফৰ্ম (forme)।

বিশেষকৈ ছাহাব লোকৰ চাংমাইশাললৈ উত্তৰ ভাৰতৰ চাংমাইসকল অহাত হিন্দুস্থানীৰপৰা ভোজন-ঘৰৰ শব্দবোৰ আহে। "খাণ্ডেমা", ১৫; "বাৰ্বচি", ৩৭৫, আদিক কোৱা 'হিন্দুস্থানি মাত' কেইআযাৰমানেও "অৰুনোদই"ত (মাৰ্চ ১৮৪৬) ঠাই এটুকুৰা পাইছে—"...হাজৰী লাও। খানা লাও। ৰোটী লাও। দুধ লাও। মিসৰী দো। খানা খাও। দুধ পিয়ো। ...চা বনাও। ...মেজ লগাও। অসবাব লে জাও।" 'ৰান্ধনি ঘৰৰ মেজত জি কাঁইট কটাৰি,' ২৩৪, লাগে তাৰ নামো আধা হিন্দুস্থানী, আধা অসমীয়া হৈ ৰৈ যায়। সেই কালত অন্ততঃ ছাহাবৰ বঙলাত থকা লৰাই "পাইজামা", ২০০, আদি পছিমৰ সাজ লবলৈ আৰম্ভ কৰিছিল। "ৰোটী" (>ৰুটি), "চা" (>চাহ), "আৰুৰুত," ৪৭৮, (arrow-root, এৰাৰুট) আদি নব্য খাদ্য-পেয়ৰ নব্য নামো চলিবলৈ ধৰিলে।

"আঙ্গুৰ", "বৰফ", "জাহাজ" আদি অলপ সংকোচ কৰি কৰি দুৱাৰদলিৰ ভিতৰ সোমাইছিল। সেইদৰে বহুত সহজে, বহুত শব্দ লাহে লাহে ভাষাত প্ৰৱেশ কৰে। আৰবী-ফাৰ্চী, হিন্দী-উৰ্দু আৰু আন 'দেশী' শব্দও ঘৰচীয়া হৈ পৰে।

আন্দাজ, ২৭। "অৰুনোদই"ৰ প্ৰথম পাততেই একেবাৰেই ঘৰুৱা কৰা "এন্দাজ"। হিন্দী, অন্দাজ < ফাৰ্চী

আমলা, ৯৭৩। পিছৰ যুগত "আমোলা"। হি॰ অমিল, (বহুবচন) আমলা < আৰবী

এন্দাজ, ১। "আন্দাজ" দ্ৰষ্টব্য

কইদ, ৮। হি॰ কৈদ < আ॰

কইদি, ৩। হি. কৈদী < আ॰

কদৰ, ৫৪১। হি॰ < আ.

কাবাজ, ৫৪০। আজি-কালি "কুচ-কাৱাজ" বোলা হয়। হি॰ কূচ-কাৱাজ < ফা॰ কুচ+ফা॰ কাৱা (চক্কৰ) কাৱাজ (চক্কৰ লগাওঁতা)

কিলা, ৫৪০, হি. কিলা

খাচ, ৫৩৯, হি॰ < আ॰ খাস

খাকেমা, ১৫, হি॰ খানসামাঁ, তুৰ্কী খান+সামাঁ
চহিচ ৪৭৫, হি॰ সাইস
চৰাই, অৰ্থাত আলহি থকা ঘৰ, ৭০, হি॰ সৰায়<ফা॰
চাজিৰি, ৪৬৭, তুলনীয় হি. সংগীন<ফা, সাংগ, সাংগী
চাজা, ১৬৮, হি॰ সজা<ফা॰
চাপ্ৰাচি, ৪৭৫, হি॰ চপৰাসী
চাহাব, হি॰ সাহব<ফা॰
চিঠি, শব্দটো যথেস্ট পুৰণি ; কিন্তু নতুন নতুন অৰ্থত তাৰ প্ৰয়োগৰ প্ৰয়োজন হয় ; আজি-কালিৰ 'টিকট'ৰ অৰ্থত "হাত চিঠি", ৩২১ ; আজি-কালিৰ 'বেলট কাগজ'ৰ অৰ্থত "চিঠি", ৩৩৬ ; আৰু "গান কৰা ঘৰত সোঁমোআৰ চিঠি", ৪৮৫ <হি॰ চিট্‌ঠী
চিপাহি, ৯৭৩, হি॰ সিপাহী<ফা॰
চৌকিদাৰ, ৯৭৪, হি॰
তক্‌মা, 'সোণৰ তক্‌মা অৰ্থাৎ ভিজিত পিন্ধিবলৈ অলঙ্কাৰ', ৬৭, অৰ্থাৎ মেডেল, হি. তগমা, তমগা<তু. তমগ্য
তবিল, ৯৭৩=তহবিল, হি. তহবীল<আ॰
তৰ্জমা, ৬৮, হি. তৰ্জুমা, তৰজুমা<আ॰
তুফান, 'ধুমুহা বতাহ বৰ তুফান' ১৩৩ ; 'তুফান ধুমুহা বতাহ', ২১৪, ২৭৭, হি॰ তূফান<আ.
থানা, ৯৭৩, হি.
পংখা, ৯৭৩, হি.
পনিৰ, ২১৮, হি. পনীৰ<ফা.
পল্টন, ৯৭৩, হি. <ই॰ platoon
ফাটক, ৯৭৪, হি॰
ফাটকিয়া, ৩
বজাৰ, ৯৭৩। বহুত দিন পূৰ্বেই শব্দটো আহিছিল। হি. বাজাৰ<ফা॰
বৰ্কান্দাজ, ৩। মায়ামৰীয়া বিদ্ৰোহৰ সময়ৰেপৰা নে তাৰো পূৰ্বৰেপৰা বঙ্গালৰ বৰকন্দাজ অসম সোমায়। হি. বৰ্কংদাজ
বাজি ঘৰ, ৫৩৯, হি॰ বাজী<ফা॰ বাজী
বাবৰ্চি, ৩৭৫, হি. বাবৰচী
বিলাইত, ১১১। "এই দেসৰ সামান্য লোকবিলাকে ইউৰপ নাম নে জানে ; ইউৰপৰ কথা কোআৰ সমইত সিহঁতে তাক বিলাইত বোলে ; কিন্তু বিলাইত সবদৰ অৰ্থ দেস বা পৰদেস।" ৰজাৰ দিনত বুঢ়াগোহাঁই আদিৰ বৰ বৰ খাতবোৰক বিলাইত বা বিলাত বোলা হৈছিল, য'ত কাম কৰিছিল বিলতীয়া-বিলতীহঁতে। হি॰ বিলায়ত<আ॰
মৰ্গ, ৫৩৮। সংস্কৃত 'মহাৰ্ঘ্য'ৰপৰা অহা হিন্দী আদিত 'মৰ্গ', 'মহঙ্গা', অসমীয়াত 'মৰগ', 'মহঙা' (মহঙ্গা ১১২৯)।
মহিনা, ৯৭৪, হি. মহীনা
মাচিয়া, ৯৭৩, হি॰ মচিয়া
মাফ মাগ্‌, ৪৪৫, হি॰ মাফ<আ. মুআফ
মিস্তিৰি, ১৫, হি. মিস্তৰী
মেজ, ৯৭৩, হি॰, ফা॰
সাস্তা, ৪৬৯। এতিয়া 'সস্তা'। হি॰ সস্তা
সাহাব। এই শব্দ অসমীয়াত শঙ্কৰদেৱৰ সমানেই পুৰণি। হি॰ সাহব<ফা॰
সিধা, ৫৪১, হি॰ সীধা
সিৰস্তা, ৯৭৩
হজুৰ, হি., আ॰ হজুৰ
হুকুম, হি॰ হুক্‌ম<আ॰
হেজা-গোজা, ১৬৮, ১৪৯, হি॰ হুজ্জা-পূজ্জা

**অসমীয়া ভাষাৰ ঐতিহ্যৰ ধাৰাত অৰুনোদই ঃ**

"অৰুনোদই"ত ব্যৱহৃত বহুতো শব্দ-ৰূপ আধুনিক লিখিত ভাষাতকৈও পুৰণি গদ্য-পদ্য পুথি আৰু বিশেষকৈ বুৰঞ্জী, কথা-চৰিত আৰু কথিত ভাষাৰ লগতহে মিলে ঃ অনুভও, ২০০ (অনুভৱ) ; আগ্যা, ৭ (আজ্ঞা) ; আচই ১২০ (আধা কম ছয়, ৫½) ; ইচা, ৮৮, ১৩৭ (ইচ্ছা) ; উচও, ৪০, উচ্চও ৩৫২ (উৎসৱ, উছৱ) ; উপদ্ৰও, ১২০ (উপদ্ৰৱ) ; এটাহ, ১৬ (অট্টহাস, আটাস্, আটাহ্) ; এধামৰা, ৬৫ (আধামৰা) ; এফালি, ৪২ (আফালি) ; এসা, ৩৪, ৪৭, ১৮২ (আশা। তলৰ 'নিৰসা' দ্ৰষ্টব্য।) ; ঐশ্বৰ্জ, ১ (ঐশ্বৰ্য, ঐচৰ্জ) ; কুপো, ২৪৭ (কুপো। স্ত্ৰী, কুপতি) ; খেমা, ৬৬, ৪৪৫ (ক্ষমা) ; গিয়ান, ৭ (জ্ঞান) ; জোতি (জ্যোতি, জৰ্বতি, জেউঁতি) ; টোপনি ৫৯, ১৬৮ (টোপ, টুপনি, 'মিচালে টোপনি বাই'—"গুৰুচৰিতকথা") ; তন, ১০০ (স্তন) ; তোমোলাক ১৬, ৩৬১, (ঢেকিয়াল ফুকন), দন্য ১৯১ (দৈন্য, দইন্) ; দায়া, ৪১২ ; দুতিয়, ১৪ (দ্বিতীয়) ; ধোৰ্জ, ২২, ৩৩২ (ধৈৰ্য) ; নাঁক, ১৮৭ (নৰকী) ; নাইকিচিল ৪৫, ১৬৩, ২৭২, ৪২৩ (নাছিল, নাথাকিছিল) ; নিচইকৈ ৪৫, ৭৭ (নিশ্চয়কৈ, সম্পূৰ্ণৰূপে) ; নিৰসা ৬৫ (নিৰাশ, 'এসা কৰাই কৰাই ঃ নিৰসা কৰালা'—বনগীত) ; পথুক, ৭০ (পথিক) ; পদ গতিৰে, ৭০—ভৰি গতিৰে, ৬৯ (খোজ কাঢ়ি) ; পহৰ ৩২, ১৩২, ১৭১ (পোহৰ) ; প্ৰাচিত, ১১৪, ১৭৮ (পৰাচিত) ; প্ৰাচিন্ন, ৬৩০ (প্ৰাচীৰ ; দুৱাৰগীৰিলাৰ দিহিঙীয়া বৰফুকনৰ শিলৰ ফলিৰ সংস্কৃতৰ মাজতো Prakritismঅৰ নিদৰ্শন হৈ শব্দটো ব্যৱহৃত হৈছে) ; প্ৰিথিবি, ৬২ (পৃথিৱী) ; বৰখুন, ৩৩ (বৰ্ষণ, বৰষুণ) ; বাত্ৰা, ৩৯, ১৩৩ (বাৰ্ত্তা, বাৰ্তা) ; বিভিচাৰ, ২২৪ (ব্যভিচাৰ, ব্যভিচাৰ) ; বুৰা, ১৩৬ (বৃদ্ধ, বুঢ়া) ; ব্ৰিধ, ৬২ (বৃদ্ধ, বৃদ্ধ) ; ব্ৰেথা, ৬৭ (বৃথা, বৃথা) ; মহত্মা, ১৩৬ (মাহাত্ম্য) ; মানিশা ৫৫৪—মানিথা ৩৫১ (মাজনিশা) ; ম্ৰিত্যু, ১৬, ৭৩ (=মৃত) ; ৰথ্যা, ৬২ (ৰক্ষা) ; সম্পতি, ৭ (সম্পত্তি) ; সৰিল, ৭, ১০৮, ১২৪, ১৬৮ (শৰীৰ)।

"অৰুনোদই"ত অসমীয়া উচ্চাৰণ আৰু ধ্বনি-বৈশিষ্ট্য ৰাখিবৰ যত্ন কৰা হৈছেযে মন কৰিব লগীয়া। ভাষাত হ্ৰস্ব-দীৰ্ঘৰ পাৰ্থক্য নাই বাবে পুৰণি পুথিৰ দৰে "অৰুনোদই"ৰো প্ৰায় কেৱল হ্ৰস্ব স্বৰ ; শ, ষ, স-ৰ পাৰ্থক্য নাই বাবে প্ৰায় কেৱল স ; দন্ত-মূৰ্ধন্য সমান বাবে ন, ণৰ মাজত অকল ন ; জ আৰু যৰ উচ্চাৰণ য'ত একে তাত মাথোন জ ; ৰেফৰ তলৰ দুটা ব্যঞ্জনৰ উচ্চাৰণ নহয় বাবে মাত্ৰ এটা—এনে এটা ধাৰাত বৰ্ণবিন্যাসৰ সমীকৰণ (standardization) কৰা হৈছে—যিটো সমীকৰণৰ পুৰণি পুথিত সম্পূৰ্ণ অভাৱ। তদুপৰি ভাষাত বৰ্তমান কিছুমান ধ্বনিতাত্ত্বিক পৰিৱৰ্তন স্বীকাৰ কৰি লোৱা হ'ল। যেনে—

আ > এ ঃ পদৰ প্ৰথম দুই বৰ্ণত আ-কাৰ থাকিলে প্ৰথমটো বিকল্পে এ হয়—এটাহ, ১৬ ; এধামৰা, ৬৫ ; এন্দাজ, ১ (আন্দাজ, ৪৯) ; এফালি, ৪২, এসা, ৩৪, ৪৭, ১৮২ (<আশা)

ঋ > ৰি, ইৰ্, ৰে ঃ সংস্কৃতৰ ঋ উচ্চাৰণ অসমীয়াত নাই, পতিকে সি সাধাৰণতে ৰি-লৈ পৰিৱৰ্তিত হয় ; কাচিৎ-কেতিয়াবা সেই ৰি ইৰ্ হৈ যায় ; কেতিয়াবা সি হয় ৰে—প্ৰিচ, ১৪ ; পিত্ৰি মাত্ৰি, ৭৫৭ ; প্ৰিথিবি, ৬২ ; ব্ৰিধ, ৬২। চকুবিতি, ৫৪৯। ব্ৰেথা, ৬৭

ও=অ ঃ ক'তোবা এই দুটা স্বৰৰ পাৰ্থক্য নোহোৱা হৈ পৰিছে—বিশেষকৈ 'টো' প্ৰত্যয়ত—একে পৃষ্ঠাতে "মৰাটৰ" আৰু "সটো", ১৪০। তুলনীয় পহৰ, ৩২, কাপৰ

ঐ > অ ঃ দ্বিতীয় বৰ্ণ য-কাৰ-যুক্ত হ'লে পদৰ প্ৰথম বৰ্ণৰ ঐ অ-ত পৰিণত হয়, কেতিয়াবা সেই অ আকৌ ঔ হৈ পৰে—দৈন্য > দন্য ১৯১ > দইন ; ধৈৰ্য > ধৰ্জ > ধোৰ্জ, ২২, ৩৩২। আমাৰ 'তৈয়াম' "অৰুনোদই"ত 'তঁয়াম', ১৩৯।

ৱ ঃ 'ওঅ'ৰ দৰে উচ্চাৰণ হয়। ১ ঃ আমি য'ত 'দেৱান' লেখোঁ তাত দিয়া হৈছে 'দেওান'। পুৰণি বুৰঞ্জী আৰু কথা-চৰিততো 'ও'ৰ এনেভাৱে ব্যৱহাৰ দেখা যায়। ২ ঃ পদান্তৰ 'ৱ'ৰ উচ্চাৰণ হয় 'ও' আৰু সেই 'ও' মাত্ৰ অৱশিষ্ট ৰয়—অনুভও, ২০০ ; উপদ্ৰও, ১২০ ; উচও, ৪০ ; উৎচও, ৩৫২ ; স্বভাও, ৪৩৮, ৪৪৩, ৪৪৫। ৩ ঃ উ, ও, ঔ-ৰ পিছত আ, এ আদি থাকিলেও মাজত ৱ-glide নথহে—বনুআ, ৫১০ ; সুআলা, ৫২৫। ওএলিংতন, ৯৩ ; য়োজা, ৯৬ ; গোআজি, ১০১ ; জোআ, ৮১ ; হোআ ৬৫৭ ; কোনোএ, ৪৪৩। কাবৌএ, ৩৯৫।

য় ঃ ই-ৰ পিছত য়-glide আ-ৰ আগত দিয়া হৈছে, এ-ৰ আগত নাই—ৰুচিয়া, প্ৰুচিয়া ৩০৫। বিতিএ, ৩১৬।

[illegible] (ক্ষ), ক্ষ (ক্ষ), হ্য (হ্য)ৰ সংস্কৃতৰ উচ্চাৰণ অসমীয়াত নহয়, তাৰ ঠাইত ক্ৰমে জ্য, খ্য আৰু জ্জ উচ্চাৰণহে আছে; "অৰুনোদয়ে" সেই দেখি লেখাতো সিহঁতক গ্য, খ্য আৰু জ্য কৰিহে লিখে—আগ্যা, ৭; প্ৰতিগ্যা, ৩৫৫। ৰখ্যা, ৬২; সিখ্যা, ১৩৭; ত্ৰিখ্য, ১৯১। প্ৰাজ্য, ৪, ৭। পদৰ আদিৰ ক্ষ কেতিয়াবা খে হয়—খেমা, ৬৬, ৪৪৫। জ্ঞৰপৰা হোৱা গ্যৰ ব্যৱস্থিত যোগে দিয় ৰূপ হয় গিয়ান, ৭।

[illegible] : [illegible], ৩৩; বৰখা, ৮৬।

[illegible] : মানিখ্যা ৰাতি, ৩৫১; কিন্তু মানিশা, ৫৫৪ (মাজনিশা)

[illegible] সংতে 'ভোমালোক' লেখোঁ, তাত "অৰুনোদয়ে" সততে আৰু ঢেকিয়াল ফুকনেও [illegible]'ভোমোলোক' লেখিছিল। কোনোটৰ ৮৩, মৰাটৰ ১৪০, লৰাটে ৫০, মানুহটে ১২৬, ৩৩৩, ইটে সিটক ১৩৪ [illegible] (কিন্তু সটো' ১৪০) প্ৰয়োগ "গুৰুচৰিতকথা" আদিত বহুলভাৱে দেখা পোৱা যায়। এই চৰিতত [illegible] বিভক্তিৰ চিন তে', 'তেঁ' দেখা পোৱা যায়, "অৰুনোদই"ৰ এঠাইত অন্ততঃ 'তেঁ'ৰ ব্যৱহাৰ দেখা গৈছে [illegible]। সম্ভৱতঃ বিৰল হ'লেও ই এক কথিত ৰূপ। 'নাই কিচিল' ১৬৩, ২৭২, ৪২৩, কথাচৰিত, বুৰঞ্জীত বিৰল নহয়। মাচ' ৯০, 'বচৰ' ৩২৬, 'আচিল' আদিৰ চ আজি আচহুৱা লাগিলেও পুৰণি পুথিত [illegible]। প্ৰকৃততে, ওপৰত পঞ্জীকৃত শব্দৰ গঢ়বোৰ পুৰণি পুথিৰ কোনো নহয় কোনো ঠাইত পোৱা [illegible] পুৰণি যুগত ভাষাৰ অভিধান বা ব্যাকৰণ নথকাত এই গঢ়বোৰৰ সৰ্বজনস্বীকৃত একেটা আদৰ্শ [illegible] কোনো নীতিও নাছিল। সেই বুলি অৰাজকতাইযে ৰাজত্ব কৰিছিল, সিও নহয়। [illegible] ৰেকোচেক গুৰুজনে বৰ্ণাশুদ্ধিৰ বাবে অমৃদু তিৰস্কাৰ নকৰিলেহেঁতেন।[1]

পুৰণি অসমীয়া পুথিবোৰৰ নিজস্ব, 'অসংশোধিত' আভিধানিক ৰূপবোৰত লগত (কাৰণ [illegible] নিজস্ব প্ৰকৃত ৰূপ, আধুনিক পণ্ডিতেই বা অপণ্ডিতেই 'শুধৰাই' লোৱাৰ পিছত সি 'শুধৰাওঁতা'ৰ ভাষাৰ ৰূপহে পৰিগ্ৰহ কৰে) "অৰুনোদই"ৰ ভাষা-ৰূপ তুলনা কৰিলে দুইটি দুইৰো কিমান ওচৰা-উচৰি [illegible] বুজিব পৰা যাব। মাথোন এখন পুৰণি পুথি, "গুৰু-চৰিত-কথা'ৰ কেইটামান শব্দ ওপৰত উদ্ধৃত "অৰুনোদই"ৰ শব্দাবলীৰে মিলাই চাওক : আচাৰি (=৩ই, বুৰঞ্জীতো এই ৰূপ লভ্য) চ, আদপাচ (=৪ই) চ, [illegible] (৭ই) চ (তু' আচই=৫ই অ১২০), ইচা/ইছা চ১, ৪, ২৩, এটাহ চ৭৩৮, এষা (=আশা) চ২৩১ (তু' ৰেশা চ৬৫, একাল চ৮৬৩, একাৰ চ৩০৮), কাৰসনা চ৩৩৫, ক্ষেমা চ, দুতিয় চ ১৪, ২৩৬, জোতিষ চ৩২, জোতি চ৩১৭, জোবন স্থি চ৭১৯, টোপলি (=টোপ, টুপলি) চ২৬২, তন চ৩২, দন্য চ১৩৩৬ দাৱা/দায়া চ৪৮১, ধোৰ্য চ৫,১৪, নক্ষি চ২৮০, নাইকিচে চ৮৬৮, নিচই চ, পথুক চ১২৮, ৯৯৫, পহৰ চ২৬৯, ৪০৭, প্ৰাচিত চ৩৪১, ৭৬২, বুৰা চ২৩৩, ৪৩২, বাত্ৰা চ, বিলাইত চ৬৯৪, বিভিচাৰ চ১১৬, ৯৭, মহত্মা (=মাহাত্ম্য) চ৬৮, ৬৯, ৬২২, সান্ত চ১৭৩। অসমীয়া চ উচ্চাৰণ [illegible] কাৰণে "অৰুনোদয়ে" স-ত য যোগ দিয়া দৰে (ব্ৰিটিস্য অ৭০৭, কাৰ্বোওস্য অ৭০৭,) চৰিতথনিত শ, স-ত য বা ৰ-ৰ সংযোগৰ কথা মন কৰিব লগীয়া (বাইশ্য চ২, তস্যৰ চ১১, স্বৰ চ১৬=চৰ চ৩৩=[illegible] চ)। আধুনিক নিশ্চয়াৰ্থক -টো-ৰ পৰিৱৰ্তে "অৰুনোদই"ৰ দৰে চৰিতথনিতো মাজে মাজে -ট-ৰ ব্যৱহাৰৰ কথা ওপৰত কৈ অহা হৈছে। ৫মী বিভক্তিৰ চিন কৰি "অৰুনোদই"ত তেঁ আৰু চৰিতত তে, তেঁ, দুইটাৰ ব্যৱহাৰৰ উল্লেখো কৰা হৈছে। চৰিতত ক্ৰিয়াত -চে আৰু -ছে, -চিল আৰু -ছিল সৰ্বত্ৰ।

পুৰণি অসমীয়া পুথিত ভাষাটোৰ নাম বিশেষ ৰূপত ক'তো পোৱা নাযায়; 'ভাষা' বুলিয়েই

[1] "অৰুনোদই"ৰ সমীকৃত (standardized) ভাষাৰ আদৰ্শৰপৰা চালেও কাকতখনত সম্পাদনাৰ অবিস্তাৰত কিছুমান দোষ নোসোমাইছিল এনে নহয়। ফোৰ্বেছতে ২০, নু সুমাল ৪৮, চোত মাহ, কৈল্যাণ ১৬৮, দেখোঅ়ালে ১৭১, খুজে ১৭৬, আনখোনৰ ২১২, পুআজি ৩৫৬ আদি সেইভাৱে গ্ৰহণীয় নহয়।

[illegible] আখৰবোৰ আমাৰ আজি অচিনাকি নহয়। তাৰ ভিতৰত দুটা হৰফ মন কৰিব লগীয়া : (১) প্ৰথম পিঠিতে 'শ্ৰীশ্ৰীমতি'ৰ শ্ৰী একক। (২) দু বুজাবলৈ 'দ্ৰ' হৰফটো ব্যৱহাৰ কৰা হৈছে—দ্ৰদয়ত, ৬০—বোধ হয় ঠিক টাইপৰ অভাৱত আৰু সম্ভৱতঃ সাঁচিপতীয়া আৰু প্ৰচলিত ৰূপৰ স্মৰণত।

হয়তো তাৰ চিনাকি। কোনোবাই 'দেশী ভাষা' বুলিলেও বুলিব পাৰিছিল। মহাপুৰুষ শঙ্কৰদেৱক বা বুদ্ধসিংহ স্বৰ্গদেৱক অসমীয়া ভাষা কোনটো বুলি প্ৰশ্ন কৰা হ'লে সিসকলো বিমোৰত পৰিলেহেঁতেন। ১৮৩৩ৰ শ্ৰীৰামপুৰীয়া "ধৰ্ম্মপুস্তক"ত ভাষাটিক 'অহমীয়া মাত' বোলা হৈছে নাম-পাততে। "অৰুনোদই"ৰ আগ-বৰসত কিন্তু 'অসমীয়া ভাষা', 'অসমীয়া লোক' নাম স্পষ্ট হৈ ওলাই অহা নাছিল। 'অসম কথা' (অ৩৬৫ ঃ আগষ্ট ১৮৪৯), 'অচম ভাষা' (অ৪৬০ ঃ আগষ্ট ১৮৫০), 'অচম মতে কথা' (অ৪৭৮ ঃ অক্টোবৰ ১৮৫০) বুলি ভাষাটিৰ চিনাকি দিবৰ যত্ন কৰা হৈছিল। মানুহৰ উল্লেখতো 'অসম মানুহ' (অ ৩৬৫-৩৬৬ ঃ আগষ্ট ১৮৪৯), 'অসম লৰা', 'অসম দেঁসি লোকবিলাক' (অ ৩৬৫ ঃ আগষ্ট ১৮৪৯)। 'অহমিয়া বিলাক' আখ্যা (অ২৮০ ঃ নৱেম্বৰ ১৮৪৮) মানুহৰ বাবেযে পূৰ্বৰেপৰা ব্যৱহাৰ হৈছিল কিন্তু তাত এটা শ্লেষ আৰু সীমা আছিল, সেই কথা অচম/অসম/অহম ৰাজ্যৰপৰা কামৰূপ ৰাজ্যলৈ প্ৰৱজন কৰা ঘাঘৰ মাজিক কামৰূপৰ লোকে 'অহমিয়া' বুলি বছাৰপৰা (গুচক, ৬২১) বুজিব পাৰি। "অৰুণোদই"ৰ দ্বিতীয় বছৰতে 'অসমিয়া মানুহ' (অ১৪৮ ঃ জুন ১৮৭৭) নাম দেখা যায়। ১৮৪৯ত ঢেকিয়াল ফুকনৰ "অচমিয়া/অসমিয়া লৰাৰ মিত্ৰ" ওলাইছিল। "অৰুনোদই"ৰ ষষ্ঠ বছৰত 'অচমিয়া লোক' (অ৫১৬ ঃ জানুআৰি ১৮৫১) দেখা যায় আৰু সোনকালেই 'অচমিয়া লোক' (অ৮১০ ; আগষ্ট ১৮৫২), আন কি 'অচমিয়া বাপ্তিষ্ট সমাজ' (অ৬৯২ ঃ জানুআৰি ১৮৫২), বোলা হৈ থাকে। আন কি, 'অচমিয়া ৰজাবিলাক' (অ১১৩১ ঃ এপ্ৰিল ১৮৫৪) আখ্যা গৃহীত হৈছিল আৰু 'অচমিয়া ভাসা' (অ১২৪২ ঃ নৱেম্বৰ ১৮৫৪) সাধাৰণ কথা হৈ পৰে। ইংৰাজীত এইবিলাকৰ বহুত আগতে মানুহ আৰু ভাষাক Asamese/ Assamese নাম দি চিনাক্ত কৰিবলৈ ধৰে ছাহাব লোকে।

**আখৰ-জোঁটনিৰ জোঁট ঃ পুৰণি অসমীয়া ৰীতি ঃ**

কোনো কোনো লোকৰ এক প্ৰমাদাত্মক ধাৰণা আছে যে পুৰণি অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু আধুনিক অসমীয়া আখৰ-জোঁটনিৰ মাজত কোনো পাৰ্থক্য নাই আৰু কেৱল মাথোন মাজতে এই সনাতন বৰ্ণবিন্যাসৰ ব্যতিক্ৰম ঘটাইছিল আমেৰিকান বেপ্টিস্ট পাদুৰিসকলেহে। পুৰণি বৰ্ণবিন্যাসৰ জ্ঞানৰ অভাৱতে এই শ্ৰেণী পণ্ডিতৰ ভ্ৰম-প্ৰমাদৰ সৃষ্টি হৈছে। কাৰণ, আমাৰ সকলো পুৰণি পুথিক ছপাশালত ছপা কৰি কিতাপ-ৰূপে উলিয়াওঁতে আধুনিক বৰ্ণবিন্যাস-ৰীতিলৈ পৰিৱৰ্তন কৰি লোৱা হৈ আছিছে ; পুৰণি আখৰ-জোঁটনি সেই কিতাপবোৰত নাথাকে। আধুনিক সাধাৰণ পাঠক আৰু সাধাৰণ পণ্ডিতেও এই পৰিৱৰ্তিত (doctored) পাঠতহে পুৰণি গ্ৰন্থবোৰ প্ৰায় পঢ়ে আৰু সেই বাবেই অসমীয়া বৰ্ণবিন্যাসৰ বিষয়ে তেওঁলোকৰ সনাতনত্বৰ বিভ্ৰান্ত ধাৰণাটো ওপজে। অধিক কি, পুৰণি পুথিৰ পাঠ দেখা পালেও সিসকলে আমনি পায়, তাক অশুদ্ধ বুলি জ্ঞান কৰে, আৰু অন্ততঃ তাক কিবা এক চিৰাচৰিত নিয়মৰ শিথিলতা বুলি ভাবে। কিন্তু এনে বিচাৰৰ মানদণ্ড কি ? পুৰণি কালত অসমীয়া ভাষাৰ ধৰা-বন্ধা লিখিত ব্যাকৰণো নাছিল, অভিধানো নাছিল। বৰ্ণবিন্যাসৰ বিষয়ত পুথিয়ে পুথিয়ে কিছু অমিল হোৱাটো সেই বাবে স্বাভাৱিক। এনে অমিল আজিৰ ব্যাকৰণ-অভিধানৰ যুগতো জানো নাই ? পুথিত লিপিকাৰ-প্ৰমাদৰ কথাও আমি পাহৰিব নালাগিব। তাহানি মাধৱদেৱে ভুল ভুল কৰি "ভক্তি-ৰত্নাৱলী" লিখা বাবে মুৰাৰি বৰকোচক দণ্ড নাছিল জানো ? কিন্তু সকলো অমিল-মিলৰ মাজতো পুৰণি অসমীয়া ভাষাৰ নিজস্ব এক আদৰ্শ বৰ্ণবিন্যাস নিশ্চয় নিৰূপিত হ'ব পাৰে, যিটোৰ লগত বঙলা বা হিন্দী বৰ্ণবিন্যাসৰ বা আন কি সংস্কৃতৰো নিৰন্তৰ সাম্য বিচৰাটো এক অদ্ভুত চিন্তা হ'ব। এই আমাৰ নিজস্ব পুৰণি অসমীয়া ভাষা-ৰূপৰ অধ্যয়ন এতিয়াও আৰম্ভ হোৱা নাই বুলিব লাগে। কিন্তু তেনে ৰূপ পৰিৱৰ্তিত (tampered) কৰি লৈ পুৰণি অসমীয়া ভাষাৰ অভিধান আৰু ব্যাকৰণ নিৰ্মাণ কৰিলে সি ভঁজুৱাহে হ'ব পাৰে। পুৰণি পুথিৰ পাঠৰপৰাই সেই অভিধান-ব্যাকৰণ নিৰূপিত হ'ব লাগিব।

কিন্তু এই বিষয়ত সচেতন পণ্ডিত আমাৰ অতি কম। পাঠ-সমীক্ষাৰ (Textual Criticism) ধাৰণা নোহোৱা বা সেই ধাৰণাক বৰদাস্ত কৰিব নোৱৰাসকলেই এই বিষয়ত কেতিয়াবা মুখৰ হৈ উঠে। পুৰণি পুথিৰ স্বকীয় পাঠ ৰাখি ছপা কৰা পুৰণি সাহিত্যৰ পুথি আমাৰ অতি কমহে প্ৰকাশিত হৈছে।

এই বিষয়ত পথ-প্ৰদৰ্শক বুলি ক'ব পাৰি এক বৈজ্ঞানিক-দৃষ্টি-সম্পন্ন সম্পাদক কালিৰাম মেধিক। তেওঁৰ সম্পাদিত "প্ৰহ্লাদ-চৰিত্ৰ"ত (১৯১৩) আৰু "অঙ্কাৱলী"ৰ (১৯৪৮) অংককেইখনিত পুৰণি পুথিৰ পাঠকে ৰখা হৈছে। ১৪৬১ শকৰ বুলি সাব্যস্ত কৰা পুথিৰপৰা অবিকলভাৱে সংগৃহীত শঙ্কৰদেৱৰ "শ্ৰীমদ্ভাগৱত দশম স্কন্ধ (আদি ছোৱা)"ৰ প্ৰথম মুদ্ৰণত (৪১৪ শঙ্কৰাব্দ) কালিৰাম মেধি, শৰচ্চন্দ্ৰ গোস্বামী আৰু পুৰণি বৰ্ণবিন্যাসৰ স্বকীয়তা দেখা পোৱা আনসকলৰ উৎসাহনত সাহস গোটাই হৰিনাৰায়ণ দত্ত বৰুৱাই পুৰণি আখৰ-জোঁটনি ৰাখিছিল। ভাষাৰ ফালৰপৰা বিশেষ ধ্যানযোগ্য পীতাম্বৰ কবিৰ "উষা-পৰিণয়" সম্পাদন কৰোঁতে (১৯৫১) আমিও প্ৰাচীন বৰ্ণবিন্যাসকে ৰক্ষা কৰিছো। সাধাৰণতে পুথিৰ ভাষা তথা বৰ্ণবিন্যাস মূল ৰচনাৰ সময়ৰ পিছতো অনুলিখনৰ সময়ত পৰিৱৰ্তিত হোৱাৰ সম্ভাৱনা থাকে। অনেক সময়ত মূল লেখকৰ হাতে-লিখা বুলি দাবী কৰা পুথিতো (autograph copy) সন্দেহৰ থল থাকিব পাৰে। কিন্তু তাম, শিল আদিত কটা ফলিৰ পাঠে লেখাটোইতৰ নিজৰ তাৰিখৰ ভাষা আৰু বৰ্ণবিন্যাসক সাঁচত মাৰি ধৰি ৰাখে। এই দৃষ্টিকোণৰপৰা চালে আমাৰ দ্বাৰা সম্পাদিত "প্ৰাচ্য-শাসনাৱলী"ৰ (১৯৭৪) অন্তৰ্গত এই এই-সংখ্যক ছন-তাৰিখ লগা তামৰ ফলিখিনিৰ পাঠ আৰু বিশেষকৈ চিত্ৰফলকবোৰৰ (facsimile) পাঠৰ চৰম মূল্য একোটি আছে: ফলি ১২৮ (বংশৰৰ ব্ৰহ্মত্ৰ ১৬৩১ শক), ১৩০ (যৌতুক-স্বৰূপ ব্ৰহ্মত্ৰ ১৬৪৮),—(দীৰ্ঘেশ্বৰী মন্দিৰ ১৬৬১), ১৩৪ (কোঁৱৰভাগ-পূবপাৰৰ ব্ৰহ্মত্ৰ-ধৰ্মত্ৰ ১৬৬৩), ১৩৫ (বঙ্গালীৰ বিসিকুছি ১৬৬৪), ১৩৭ (দীপেশ্বৰ-মন্দিৰ ১৬৭৬), —(দীৰ্ঘেশ্বৰী-মন্দিৰ ১৬৭৯), ১৩৮ (পূবপাৰ আদিৰ দেৱত্ৰ ১৬৮১),—(বিবি মোকাম ১৬৮২), ১৪০ (বিশ্বনাথ ১৬৯৬), ১৪১ (পশ্চিমপাৰ আদিৰ ব্ৰহ্মত্ৰ ১৭০১), ১৪৪ (অদাগুৰী নাও-মুদৈ ১৭০৫),—(মৰ্বাঙ দেৱীঘৰ ১৭০৫), ১৪৬ (বেলতলা ১৭১০), ১৪৮ (কটকী-নিয়োগ ১৭১৪), ১৫০ (পাইক-ক্ৰয় আৰু হয়গ্ৰীৱ-মাধৱলৈ দান), ১৫৪ (বতাকুছীয়া-দুবৰীয়া-নিয়োগ ১৭৪২), ১৫৫ (পশ্চিমপাৰৰ ব্ৰহ্মত্ৰ ১৭৪৩)। প্ৰাচীন বৰ্ণবিন্যাস-অধ্যয়নৰ বাবে এতিয়াও অজস্ৰ পুথি আৰু ফলি পৰি আছে।

এই সকলোবোৰ আৰু তেনে আন আন মূল পাঠ আগত লৈ প্ৰাচীন বৰ্ণবিন্যাসৰ এক স্বকীয় মানদণ্ড আৰু তাৰ ইতিহাস নিৰ্ণয় কৰিব পৰা যায়। এই কষ্টকৰ কামটি কৰোঁতে কেইটামান কথা মনত ৰাখিব লগীয়া হয়। যেতিয়া এটা ভাষাৰপৰা আন এটা ভাষালৈ শব্দাৱলী আহে, তেতিয়া শব্দবোৰৰ উচ্চাৰণ আৰু ৰূপ নতুন ভাষাটোৰ দ্বাৰাহে নিয়ন্ত্ৰিত হয়, মূল ভাষাটোৰ দ্বাৰা নহয়। সংস্কৃতৰপৰা অসমীয়ালৈ অহা শব্দবোৰৰ ভিতৰত অনেকখিনিয়েই বিবিধ মধ্য ভাৰতীয়-আৰ্য বা প্ৰাকৃত স্তৰৰ মাজেদি ৰূপ সলাই সলাই আহি একোটা তদ্ভৱ ৰূপ লৈছে; এই ৰূপ সংস্কৃত বা প্ৰাকৃতৰ নিয়মৰ দ্বাৰা নিয়ত নহৈ আধুনিক ভাৰতীয়-আৰ্য অসমীয়াৰ উচ্চাৰণ-ৰীতি আদিৰ দ্বাৰাহে অনুশাসিত হ'ব লাগে। এনে তদ্ভৱ শব্দৰ আদি-মূল সংস্কৃত ৰূপত দন্ত্য-মূৰ্ধন্য বা হ্ৰস্ব-দীৰ্ঘ আদি বিশেষত্ব থকাৰ দ্বাৰা তদ্ভৱ ৰূপটোও স্থিৰীকৃত হোৱাৰ কোনো ঐতিহাসিক-বৈজ্ঞানিক ভিত্তি নাই—যিটো ৰীতি আধুনিক অসমীয়া লেখাত একপ্ৰকাৰ arbitration বা প্ৰক্ষেপৰ দ্বাৰা সাধিত হৈ আহিছে। যিবোৰ শব্দ চেহেৰাত তৎসম অৰ্থাৎ সংস্কৃতৰে একে কৰি মিলাই আমি আজি-কালি লিখোঁ বা পূৰ্বতো লিখা হৈছিল, তাৰো উচ্চাৰণ যদি অসংস্কৃত আৰু অৰ্বাচীনহে, সিইত তৎসম বুলি পৰিগণিত নহৈ অৰ্ধ-তৎসম বা তাৰো তলৰ শাৰীতহে থিয় হ'ব লাগে। পুৰণি পুথিত এনে বিচাৰেই চলিছিল: আমি আজি-কালি যিবোৰ সংস্কৃত নাম সংস্কৃতৰ দৰে লিখোঁ, তাতো পুৰণিত অসমীয়া ৰীতি প্ৰচলিত হৈছিল।

কালিৰাম মেধিয়ে তেওঁৰ "প্ৰহ্লাদ-চৰিত্ৰ"ৰ পাতনিত কৈছিল,—"কবিৰ ভাষা সংস্কৃতমূলক কিন্তু বৰ্ণবিন্যাস সম্পূৰ্ণ প্ৰাকৃতিক। জোজন, ৰেক, মাঞি আদি শব্দৰ বৰ্ণবিন্যাসেই তাৰ প্ৰমাণ। অৱশ্যে ইয়াত যে নকলকাৰকৰ হাত নাই এনে কথা আমি কৰা নাই; কিন্তু নকলকাৰকৰো যে প্ৰাকৃত আহি আছিল ইও এটা প্ৰাচীনত্বৰ প্ৰমাণ।" আকৌ, "উচ্চাৰণ আৰু বৰ্ণ-বিন্যাস।—প্ৰাকৃতৰ সময়ত সংস্কৃত শব্দাৱলীৰ যি বৰ্ণবিন্যাস-বিভ্ৰাট ঘটিছিল প্ৰহ্লাদ চৰিত্ৰত তাৰ চিন পূৰ্ণ-মাত্ৰাত দেখা যায়। কিন্তু উচ্চাৰণৰ প্ৰতি দৃষ্টি কৰিলে জানা যায় অসমীয়া উচ্চাৰণ সেই কালতে বঙ্গালী, হিন্দী আদি ভাষাৰ বৰ্তমান উচ্চাৰণৰ পৰা

সম্পূৰ্ণ পৃথক আছিল। পুথিৰ শব্দাৱলীত বৰ্ণবিন্যাসৰ ব্যতিক্ৰম হৰা সত্বেও তাৰ উচ্চাৰণত অসমীয়া বিশেষত্ব সম্পূৰ্ণ ৰক্ষিত হইছিল। প্ৰাকৃতৰ 'শষোঃ সঃ' সূত্ৰ প্ৰায়ে ৰক্ষিত হইছিল। কিন্তু এই কথা মনত ৰাখিব লাগে যে অসমীয়া 'স'ৰ দৰে উচ্চাৰিত হৰা 'শ' আৰু 'ষ'ৰহে সদাই 'স' কৰা হইছিল অন্যত্ৰ 'ষ'ৰ উচ্চাৰণ 'খ' আৰু 'খ'ৰ উচ্চাৰণ 'ষ' দি দেখুৱা পাইছো। মূৰ্দ্ধণ্য ণ' আৰু দীৰ্ঘ ঈকাৰ আৰু ঊকাৰো পুথিত প্ৰায় নাই। 'ব' আৰু 'ৱ'ৰ উচ্চাৰণ অনুসৰি নামৰ্থৰ সদায় ব্যৱহৃত হৰা দেখা যায়।" আৰু "শেষত কওঁ এই পুথিৰ মূল যেনে পাইছো, তেনে লেখিছো। কবিৰ ভুল শুদ্ধ কৰিবৰ আমাৰ বিদ্যাও নাই, সাহো নাই। অৱশ্যে নকলকাৰকে যে মাজে ২ অশুদ্ধ বৰ্ণবিন্যাস দিছে এনে অনুমান কৰিবৰ বহুত কাৰণ আছে। তথাপি—দেৱতাই য'ত পাৰ দিব সঙ্কুচিত হয় তাত নৃশংসসবে বেগে প্ৰবেশ কৰে (fools rush in where angels fear to tread.) কথা মই প্ৰমাণিত কৰিব নুখুজো।" কিন্তু আজি তাক প্ৰমাণিত কৰিব খোজা লোকৰ অভাৱ নহৈছে। এই বিষয়ত আমি মেধিদেৱক পিছ পৰা বিধৰহে হৈছো। মেধিয়ে যিবোৰক "প্ৰহ্লাদ-চৰিত্ৰ" পুথিৰ বৰ্ণবিন্যাসৰ বৈশিষ্ট্য বুলিব খুজিছে, সেইবোৰ এখন পুথিৰ বৈশিষ্ট্য নহয়, কম-বেছি সকলো পুৰণি অসমীয়া পুথিতে দেখা পোৱা যায়। "প্ৰহ্লাদ-চৰিত্ৰ"ৰ পিছত "অঙ্কাৱলী"ৰ অংকখিনি সংগ্ৰহ কৰোঁতে তেওঁ সেই কথা নিশ্চয় উপলব্ধি কৰিছিল। বিশেষকৈ অংকৰ ভাষা হ'ল অসমীয়া সাহিত্যিক ভাষাৰ বিশিষ্ট এক ভংগি—ব্ৰজাৱলী ভাষা বা অসমীয়া ব্ৰজবুলি। সেই ভাষাকো আধুনিক অসমীয়াৰে চামিল কৰিবলৈ বিচৰাটো ভুল। মেধিৰ পাঠত কিন্তু সেই কৃত্ৰিম ভাষাটিৰ বৈশিষ্ট্যবোৰ সুন্দৰকৈ সংৰক্ষিত হৈছে। হৰিনাৰায়ণ দত্ত বৰুৱাই ৪৯৪ শঙ্কৰাব্দৰ সংস্কৰণ আদি-দশমত পুৰণি পুথিৰ পাঠ অবিকলভাৱে ৰাখিছিল। এই বিষয়ে তেওঁ 'নিবেদন'ত কৈছিল, "পুথিখনৰ বানান বিষয়ে বিশেষ মন কৰিবলগীয়া এই যে—ইয়াত 'স'ৰ প্ৰাধান্যই বেছি ; দীৰ্ঘ ঈকাৰ দীৰ্ঘ উকাৰ বৰ কম, ৰেফযুক্ত আখৰ ক'ৰবাত ক'ৰবাত দ্বিত্ব কৰা নাই ; বিশেষকৈ ৰেফযুক্ত 'য'বোৰ প্ৰায়ে 'য' কৰি ৰাখিছে ; যেনে 'সূৰ্য্য'ক 'সূৰ্য', 'ভাৰ্য্যা'ক 'ভাৰ্যা', 'কাৰ্য্য'ক 'কাৰ্য' আদি বানানেৰে লিখিছে। আন আন 'য'ৰ ঠাইত প্ৰায়ে 'জ' লিখিছে। মূৰ্দ্ধণ্য ণ, ট আদিৰ ব্যৱহাৰো বৰ কম। 'পাছ'ৰ 'ছ' প্ৰায়ে 'চ' লিখিছে। চ, ছৰ বিভিন্নতা প্ৰায়ে ৰখা নাই। একাৰান্ত ক্ৰিয়াবোৰ প্ৰায়ে ঐকাৰান্ত কৰিছে—যেনে 'কৰে'—'কৰৈ', 'পিয়ে'—'পিয়ৈ' ইত্যাদি। 'ত্ৰি'টো 'তৃ' লিখিছে, যেনে 'তৃদশ' ; কিন্তু 'পিতৃ', 'মাতৃ'ৰ 'তৃ'টো 'ত্ৰ্' কৰিছে, যেনে 'পিত্ৰ্', 'মাত্ৰ্' ইত্যাদি। 'গোষ্ঠ'টো প্ৰায়ে 'গোষ্ট' কৰিছে। সেইদৰে 'উৎসুক'ক 'উস্বুক', 'স্বচ্ছন্দ'ক 'সচন্দ', 'উচ্ছেদ'ক 'উচাদ', 'পদ্ম'ক 'পদ্ম' আদি কৰিছে।"

এতিয়া মেধিৰ "প্ৰহ্লাদ-চৰিত্ৰ"ৰপৰা দুটি অংশ তলত উদাহৰণ-স্বৰূপে দাঙি ধৰা হওক [ পুথিৰ ধৰণত কলোনবিলাক আমি লগাই দিছো। ]—

কমতা মণ্ডল ঃ দুল্লভনাৰায়ণ ঃ নৃপবৰ অনুপাম। তাহান ৰাজ্যত ঃ কন্দ্ৰ সৰস্বতি ঃ দেৱজানি কন্যা নাম ॥ তাহান তনয় ঃ হেম সৰস্বতি ঃ ধ্ৰুবৰ অনুজ ভাই। পদবন্ধে তেহো ঃ প্ৰচাৰ কৰিলা ঃ বামন পুৰান চাই ॥ আত অনন্তৰে ঃ মাধৱে বোলন্ত ঃ মনে কৰি আসঙ্খ্যায়। হিৰণ্য বিৰক ঃ কিমতে বধোহো ঃ নপাও একো উদিস ॥ পুৰ্ব্বে হিৰণ্যক ঃ হৰে বৰ দিলা ঃ কিচোতো নাহি মৰন। কেশৱৰ চক্ৰ ঃ বজ্ৰ আদি কৰি ঃ জত আচে অস্ত্ৰগন ॥ দেৱ অসুৰত ঃ একোত নপৰে ঃ অচেদ অভেদ কাই। কতো বেজি হৰি ঃ মনত গুনিয়া ঃ পাইলন্ত কিচো উপাই ॥ অৰ্দ্ধ কলেৱৰ ঃ সিংহৰ সদৃস ঃ অৰ্দ্ধেক মনুস্য কাই। হেন ৰূপ ধৰি ঃ দেৱ চিৰিহৰি ঃ সম্ভিৰ গোট বচাই ॥ / হিৰণ্যাক্ষে বোলে অৰে সুন ৰে বৰ্ব্বৰ। পুনৰপি নিন্দিলোহো তোহোৰ উত্তৰ ॥ বোলা জে সবাৰো গায়ে আচে দামোদৰ। সবে লোকে নোহে কিয় তাক সমসৰ ॥ কেহো সুখি কেৰো দুখি বহুত অন্তৰ। কেহো কাক বায়ে কেহো কৰয় নফৰ ॥ কেহো হস্তি-স্কন্ধে চৰে হংসতুলি সোএ। কেহো কেহো জনে কিয় তৃণক নপায়ে ॥ কেহো ভুঞ্জে যোৰ কেহো [ জনে ] ভুঞ্জে খিৰ। কেহো জে শ্ৰীমন্ত হোয়ে কেহো হোয়ে চোৰ ॥ একৰ জিৱন হৌক সবাৰে জিৱন। য়েকৰ মৰন হৌক সবাৰো মৰন ॥ একৰ ভোজন হৌক সবাৰ ভোজন। তেৱে জানা সবাতো আচন্ত নাৰায়ণ ॥

দত্ত-বৰুৱাৰ দশমৰ (৪৯৪ শঙ্কৰাব্দ) গোপী-উদ্ধৱ-সংবাদ খণ্ডৰপৰা মাজে মাজে এৰি কিছু শাৰী উদ্ধাৰ কৰি দিয়া হওক।—

সিতো গোপিসব মোৰ প্ৰানতো অধিক। সুনা সখি তাসভাৰ প্ৰেমভকতিক ॥ / পৰম বিহ্বলতাৱে মোৰ গুণ গাই। ক্ষেনে ক্ষেনে মোক মাত্ৰ স্মৰি মুৰ্চ্ছা জাই ॥ গোপিসবে ৰাখি আছে জিকাৰনে প্ৰান। বান্ধৱ উদ্ধৱ সুনা তাহাৰ নিদান ॥ জিকালত আইলো মঞি মথুৰা পুৰিক। মাতিয়া প্ৰবোধ দিলো সমস্তে গোপিক ॥/ মোৰ বাক্যে গোপিসব আছে আসা কৰি। আসিলন্তে পৰা পুনৰপি প্ৰাণ হৰি ॥ মোৰ গুননাম বিনে আন কথা নাই। মোতে প্ৰান সুম্পি গোপি জিৱে সমুদাই। জদি নিজ দেহাত আচিল হন্তে চিত। মৰিলয় হন্তে পুড়ি বিৰহৰহ্নিত ॥ / হেন জানি সত্বৰে চলিয়ো গোপপুৰ। বচন সন্দেস কৈয়া কৰা দুখ দুৰ ॥ জদ্যাপি নিৰ্প্পুন জন্মৰহিত ইশ্বৰ ॥ তথাপিতো প্ৰকৃতিক কৰাই সচেতন। কৰান্ত গুনৰ হাতে শ্ৰজন পালন ॥ সাখি হয়া হৃদয়ত আপুনি ৰহিলা। পৰম ঈশ্বৰ কৃষ্ণ তান এহি লিলা ॥ জত জিৱবাসি ইয়ো কৰ্ত্তা অজ্ঞানত। নাহি কৰ্ম্ম জানা পৰমাৰ্থ বিচাৰত ॥ / কৃষ্ণ বিতিৰেকে একো বস্তু নাহি জানা। সমস্তে জগত কৃষ্ণ হেন মনে মানা ॥ / জেন কৃষ্ণসাৰ হৰিনৰ ভাৰ্য্যাগনে। ব্যাধৰ সুনিয়া গিত উন্মাবল মনে। তাকে সত্য মানি ধাই জাই কৰি ক্ৰিড়া। তাৰ সৰে ফুট্টি জানে পাচতেসে পিড়া ॥ সেহিমতে কুটিল কৃষ্ণৰ কথা সুনি। কৰিলো সজাত আমি পাচক নুগুনি ॥ তাহান নখৰ ঘাৱ লভিচো বহুত। কৃষ্ণকথা এড়ি আন কথা কহ দুত ॥ / পুড়ি আচো আমি আতি বিৰহৰ যুই। আমাক জিয়াইবা দুনাই কৃষ্ণে কৰে ছুই ॥ যুড়াইবন্ত প্ৰান পুনু মধুৰ বচনে। ইন্দ্ৰে জেন জিয়ান্ত বনক বৰিষনে ॥ / আমি বনচৰী আনো ৰাজভাৰ্য্যাগণ। লক্ষ্মিৰ স্বামিত তাত কোন প্ৰয়োজন ॥

কাব্য-গ্ৰন্থৰপৰা আৰু বহুতো উদাহৰণ দিব পাৰি। ব্ৰিটিংশ-পূৰ্ব যুগত কাব্যৰ ভাষাতকৈও বুৰঞ্জী আৰু কথাচৰিত-বংশাৱলীৰ ভাষাহে কথিত ভাষাৰ প্ৰকৃত প্ৰতিভূ। এনে ভাষাৰ সুন্দৰ নিদৰ্শন ডক্টৰ কাকতি-সংগৃহীত "গুৰু-চৰিত-কথা"ৰ পুথিৰপৰা তলত দুটি ছেদ তুলি দিয়া হৈছে।—

আৰ্ মাউতৰ জয়ানন্দ আতৈ চাহনিত গৃহ ঃ ৰাজাৰ স্নেহৰ মনধ্ৱজ হাতি যুজাইচিল ঃ হাৰি ৰাতিদিনে তিনিদিনলৈ ফুৰাইচিল ঃ বিৰকত লাগি বোলে এনে দেৱৰ দুল্লভ ভাৰতবৰ্ষ ধন্য কলি জাই হাতে চাপৰ দি ঃ বেৰ্থে এই তিনি দিনে মৰা হলে ভাৰ্য্যা পুত্ৰে কোনে ৰাখিলে হতে মিচা সবে অষাগ্বত ঃ এই বুলি চৰ এৰি ভটিয়াই গৈ গুৰ্ জনক পাই ধৰ্ম্ম লভি আচে হৰিগুন গাই সেৱ[ক]ৰ সঙ্গে ঃ লাঙ্গচিঙ্গভালি ধুই কানি মেৰাই দেখাতে থৈছে ঃ দেখি ইজন সিজনে কলে বোলে বাপ জয়ানন্দ আতৈৰ জাৰৰ মন আছে আকৌ ঃ বোলে মাতাচো ঃ মাতিলে আহিল বোলে আকৌ জাবানে ঃ বোলে গজাঙ্কুহ থৈচা হনু ঃ বোলে বাপ ৰদে সুখাঞ্জ ঋণিতএ তিতো হিমে পচো ঃ আমাৰ মান দুখ নাই ঃ জিৱ গাঠিত বান্ধি যুজাঞ্জতে পদ্মি ৰাত্তি হৈ থাকে ঃ এনে দুখনিকাৰ লৈ যো ঃ তয়ু পদবৈকুণ্ঠতো জাম আৰ্ ঃ বোলে থৈচানো কেলৈ ঃ বোলে বাপ ভকতেৰে খানেক লাগিলে ঃ বম্লা বাক্য আহিৱ খোজে ৰাগত ঃ তাকে চাই পূৰ্ব্বৰ দুখলৈ মনকৈ ৰাখো ঃ আৰ্ সিত উম্ম জৰত হেলা লাগে নামলৈ ঃ তাকে দেখি মনকৈ জাঞ্জ তাতে থৈচো ঃ তেহে গুৰ্ চাইটা বৈৰাগ্য চৰ্চ্চি প্ৰসংসা কৰিছে ॥ ২৮৮ ॥ ( পত্ৰ ৮৪ )

আৰ্ জিনৈ বুৰাবুৰি আচিল ডাউকি গ্ৰামত ঃ বুৰাই পাচি কাউলি ডলা পলা কুলা জকাই খালৈ পল যুলুকি এই ব্ৰিত্তিকৈ প্ৰবৰ্ত্তে বুৰা সাজে বুৰিএ সলাই ঃ গৈই ফুৰি একদিনা হাটি পালেহি ঃ আতৈসবে ভুকুলি লৈ লোন তৈল চাউল গুৱা প্ৰসাদ আৰ্ আনিবি বুলি সৰহকৈ দি পঠালে ॥ বুৰা দেখি বোলে বুৰি দহো আন কালতকৈ ফাই ঃ কত পালি আজি ঃ বোলে বুৰা জিহে সন্তমহন্তঠাই পাইচোগৈ আজি ঃ বোলে নিতে তাতে সলাবিগৈ ঃ সেইমতে নি সলাই খাই আচে ঃ একদিনা বোলে বুৰি তোৰ কোন আছে ঃ বোলে মোৰ বুৰা আৰ্ মই ঃ বোলে এনেকৈ ফুৰাংকৈ আলকে আহগৈ তই খলা সাৰিবি সাৰিৰ ভাগ দিম মাহপ্ৰসাদেই খুৰিব ঃ বুৰা নাম গাব ভাগ খাব ঃ জিৱৰো কুসল হব দেহৰো জিবিকা মিলাৰ গুৰ্ জনে ঃ আত্ৰমি হাটিতে বহা খুজি দিম আহগৈ ॥ বুৰিএ আনন্দ হৈ গৈ বোলে বুৰা ভকতে মাতিচে বল জাঞ্জ ঃ বুৰা বোলে কৰ ভকতঠাই জাব পাৰো ঃ বোলে বুৰা নেজাহে মই পাচি কাৱলিও নসলাঞ্জ এৰি মই জামহে পা ঃ সুনি বুৰা বিবুদ্ধি হৈ বোলে বল বাৰ্ ॥ গৈ বাহিৰতে বহা দিছে তাতে আচে ঃ বুৰিএ বোলে বুৰাত তই নাম গা তই একোলৌ চিন্তিব নালাগে মই পুহিম ৰান্ধিবাঢ়ি খাবি মাত্ৰ ঃ বোলে কি নাম ভুকে নেপাঞ্জ বোলে পাচতে থাকগৈ ঃ বুৰিৰ পচাত বহিচে এপক্ষমান ঃ বুৰিএ ৰান্ধিবাঢ়ি থই খুৱাএ পঠাই আকৌ ঃ এদিন বুৰিএ ধৈলে বোলে আজি প্ৰসঙ্গত কি গাইচিল কচো ঃ বুৰা বোলে পাহৰিলো ঃ বোলে জা ভাত নাই ঃ বুৰা দুখকৈ গৈ কান্দিতে পৰি আছে ঃ বলোভদ্ৰ আতৈএ দেখি বোলে বুৰা দহো আহিলি কি হল ঃ বোলে নাম কৰ নুৱাইলত বুৰিএ ভাত নিদিলে ঃ বোলে বিসই বিকলে নমৰ মন ঃ সদাই চিন্তিও হৰিচ[ৰ]ন ঃ জা কৈ ভাত

খাগৈ ঃ বুৰা বাউণ্ডে বোলে বুৰি নাম সিকি আহিচো ঃ বোলে পাচো ঃ পালে তেহে ভাত দিচে ঃ বোলে নিতে এই দৰে কৰিছি ঃ তই ভাতকাপৰ চিন্তিৰ নালাগে ঃ মই মাগি মুনিহ দি খুৱাম ঃ বুৰা আতৈক নিতে খৰি পাত সাক মাচ জি পাই নি যোষা সিকেগৈ বোলে তোমাৰপৰাহে ভাতকেটা পাইচো ঃ সেইক্ৰমে সিকি সেয়া ধৰি পৰমাৰ্থত লাগিলগৈ ঃ গুৰু ধৰ্ম্ম লভি আতৈক আঞ্জনিয়াকৈ হৰিগুণ গাই বুৰাবুৰি বৈকুণ্ঠে গল ॥ ৬১০ ॥ ( পত্ৰ ১৩-১৪ )

মেধিয়ে "প্ৰহ্লাদ-চৰিত্ৰ" পুথি আৰু দত্ত-বৰুৱাই আদি-দশম পুথিৰ বিষয়ে কোৱা দৰে এই চৰিতৰ্থনিতো (সাধাৰণতে শ-ষ-স-ৰ পাৰ্থক্য নাথাকিলেও) প্ৰাকৃতৰ 'শষোঃ সঃ' সূত্ৰ প্ৰায়ে ৰক্ষিত হৈছে, মূৰ্ধন্য ণ আৰু দীৰ্ঘ ঈকাৰ-উকাৰ পুথিত প্ৰায় নাই, আৰু দত্ত-বৰুৱাই আদি-দশম পুথিৰ বিষয়ে কৰৰ নিচিনাকৈ, ইয়াতো স-ৰ প্ৰাধান্যই বেছি, দীৰ্ঘ ঈকাৰ-উকাৰ বৰ কম, ৰেফযুক্ত আখৰ ক'ৰবাত ক'ৰবাত দ্বিত্ব কৰা নাই, য-ৰ ঠাইত প্ৰায়ে জ লিখিছে, চ-ছ-ৰ বিভিন্নতা প্ৰায়ে ৰখা নাই। ওপৰৰ 'আঞ্জনিয়া' শব্দৰ দৰে পুৰণি অসমীয়াৰ সৰ্বত্ৰ এনে ক্ষেত্ৰত -'ইয়া' (-ঈয়া নহয়) প্ৰত্যয়হে ব্যৱহৃত হৈছে। জি, জাৰ, জাত আদি সংস্কৃত 'যদ্'অৰ অসমীয়া ৰূপ মন কৰিব লগীয়া। একেটা ৰঙ্গুৰে তিনি ৰূপ—সব, স্বৰ, চব,—আৰু বছ (স° ৱৎস), উস্থক (উৎসুক) চকুত লগা; ইয়াত ৱকাৰটো যেন স-ৰ চ উচ্চাৰণ পাবৰ বাবেইহে ব্যৱহৃত হৈছে—আমি যেনেকৈ তালব্য উচ্চাৰণ পাবলৈ শ্বেলি, শ্যেলি (Shelley) লিখিব লগীয়া হয়। য়-ৰ বৰ ওচৰা-উচৰি—কিৱ=কিয়, সেয়া=সেৱা-ত যেনেকৈ। দশমত, চৰিতত, আন পুথিত সুনু (স° শৃণোতি), সো (<সুপ্ত, সুত্ত, স্বপিতি) প্ৰায় সৰ্বত্ৰ। ন, ণ দুইটা এক ন-ত মিলি যোৱাটো (converging) সকলো ঠাইতে গৃহীত হৈছে। স্বৰূপ-বৰ্তমানৰ চিনত চ-ছ (কৰিচে, কৰিছে) উভয়ৰে চলতি। 'কিছু' 'কিছো'তকৈ 'কিচু' 'কিচো' মূলৰ (কিঞ্চিৎ) অধিক ওচৰ। ক্ৰিয়াৰ সিদ্ধা, সাধ্যা উভয় ৰূপতে ই (গৈ=গই, জাই) সম্ভালনীকৈ চলিছিল।

তলত এখনি বুৰঞ্জীৰপৰা এটি অংশ তুলি দিয়া হ'ল। এই বুৰঞ্জীখনি আদিতে গুৱাহাটীৰ বেপ্টিস্ট মিছনেৰিসকলে সংগ্ৰহ কৰিছিল। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত এই "অসম বুৰঞ্জী" এইভাৱে চিহ্নিত ঃ American Baptist Mission Collection. Ms. 10 *Assam Buranji*, No. A. From Jayadhwaja Singha to Rudra Singha's Kachari Wars. উদ্ধৃতিটোত আমি নতুন কূট-চিহ্ন আদি দিয়া নাই।

[পত্ৰ ১১ খ] তদনন্তৰে ভাদ্ৰৰ দিনত চাজহাঁ পাৎসা বুঢ়া হৈ ৪ পুতেকক ৰাজ্য [১২ ক] বাটি দিলে চাৰি পুতেকৰ নাম দাৰাচকোৰ ১ চাহঁচুজা ১ অৰংজিউ ১ মুৰাদ বকচ ১ এই চাৰি ভায়েকে ৰাজ্যৰ নিমিত্তে কন্দল কৰিলে সমস্তকে কাটি মাৰি অৰংজিউ পাৎচা হল ॥ সেইবেলা বেহাৰৰ প্ৰাননাৰায়ন ৰাজাএ মাঘৰ দিনত দুৰ্ল্লভনাৰায়নৰ ঠাইক মানুহ পঠাই বোলে তাগ্ৰি মগ্ৰি একে বংসতে জন্ম হৈচো তাগ্ৰি মগ্ৰি ভাই ভাই বঙ্গালৰ ভাই ভাইজে কন্দল লাগিচে এই সময়তে দুদিকিৰ পৰা ধৰি আমাৰ পিতৃ পিতামহৰ ৰাজ্য বঙ্গালে জিখানি লৈচে তাক আমি লৰ খোজে তেক্ৰো কি বোলে এই সুনি দুৰ্ল্লভনাৰায়নে প্ৰাননাৰায়নৰ ঠাইক বুলি পঠালে বোলে প্ৰাননাৰায়নে পিতৃ পিতামহৰ ৰাজ্য লব খোজে বুলি জি কৈ আহিচে ই কথা কিহক কই বঙ্গালৰ পাৎচাএ জি পাৰো ভুগ্ৰি দিচে মই তাকে খাই আচো প্ৰাননাৰায়নে জি কথা বুলিচে সি কথা কৰিবলৈ মোৰ সক্তি নাই এই কথা সুনি প্ৰাননাৰায়নে খঙকৈ ভৱনাথ কাজি বোলে উত্তমৰ পুতেক বন্দিএ আপুনি ৰাজা নাম লৈ ভাজৰ বোলাই মোৰ ঠাইক বড় কথা মাতিজে··· [১২ খ] চে তই আৰ লোকজন সহিতে জাই দুৰ্ল্লভনাৰান হৰিনাৰান দুইকো ধৰি আনিবি সিহঁতৰ ঘৰ দুৱাৰ ভাঙ্গি উচন্ন কৰি আহিবি......পাই ভৱনাথ কাজি আহি খুটাঘাট মাৰিলেহি গাৰ্গ্ৰো ভুগ্ৰি সমস্তকে ভাঙ্গিলে পাচে দুৰ্ল্লভনাৰান হৰিনাৰান দুয়ো পলাই আহি...তলতে ৰহিলহি ভৱনাথ কাজিও মদতিত ৰহিল পাচে মহিধৰনাৰানে ফুকন সকলে সহিতে আলচ কৰি এই কথা স্বৰ্গদেৱলৈ জনাই পঠালে স্বৰ্গদেৱো গুণাকৰ্ণ্ণটোত আচোতেই এই কথা জনালেহি স্বৰ্গদেৱো সেই ঠাইৰেপৰা বেলতলালৈকে সিহঁতলৈ বটা প্ৰসাদ দি পঠালে এই কথা মিৰ্যানাথুলাএ সুনিলে দুৰ্ল্লভনাৰান ভাগি স্বৰ্গ্গ মহাৰাজাৰ ঠাইত সোমালগৈ পাচে নবাবে উকিল পঠাই প্ৰাননাৰায়নত কৰ দিলে বোলে ৰাজাএ কি কথা কৰিলে দুৰ্ল্লভনাৰানৰ ৰাজ্য আমাৰ বাজালৰ পাৎচাৰ কৰকাটিলিয়া তাক কি কাৰনে ভাঙ্গিলে এই বুলি পঠালে এই কথা সুনি প্ৰাননাৰানে উকিলৰ আগত নবাবলৈ বড়কথা মাতি পঠালে মিৰ্যা [ ১৩ ক ] নাথুলাৰো পুতেক জাৰু লাক পঠাই ভৱনাথ কাজিক

যুদ্ধ কৰিব দিলে আৰু তাৰো লোকজন সহিতে সে মহত্ত্বুতি বহি মদতিত্তে দুয়ো দলৰ যুদ্ধ লাগিল আৰু তাএ যুদ্ধে নোৱাৰি হৰুকি আহি গুৱাহাটিত বাপেকৰ লগ লগেহি প্ৰাননাৰায়নো স্বৰ্গমহাৰাজলৈ ঠাইক জনাই পঠালে বোলে স্বৰ্গমহাৰাজাৰে আমাৰে মাৰন্ত বজাল খানি জি আছে সিভোৰে আমিও দুয়ো ক্ষানবৰপৰা ধৰি মাৰি কাটি পেলাও এই ক[ থা ] সুনি "দেৱো মানুহ দুনুহ নাও নাৰ্ত্তা জতনিয়ত হব দিলে এই কথা বলালে সুনি চৈত্ৰৰ দিনত ভাগি গঁল পাচে আমাৰ লোকজন সকলে সে গুৱাহাটি পাণ্ডু সৰাইঘাট ভঁলে বজালৰ হিলৈ বাৰু তৰোৱাল ধনু কাণ্ড চেলাহিলৈ ঘোড়া গাজ্ঞ গৰু মঁহ বলধি খাৰ গুলি সোন ৰূপ আনো বস্তুজাত বিস্তৰ পালে।

**কলিকতীয়া পাদুৰি ৰীতি ঃ**

বুৰঞ্জীৰ গদ্যয়ো এইভাবে পুৰণি অসমীয়া সাধাৰণ বৰ্ণবিন্যাস-ৰীতিকে মানি চলিছিল। সেই ৰীতিৰপৰা আধুনিক পদ্ধতিলৈ পৰিবৰ্তন আৰম্ভ হয় কলিকতাত ডক্টৰ কেৰি আদি শ্ৰীৰামপুৰীয়া ইংৰাজ পাদুৰিসকলৰ প্ৰাদুৰ্ভাৱত তেওঁলোকে অসমীয়াৰ চৰ্চাত লগাত। সিসকলে অসমীয়া ভাষাৰ আথৰীজে'চৰ্টান তেওঁলোকৰ মতে সেই ভাষাৰ মাক নহ'লেও বৰবায়েক বঙলাৰপৰা পৃথক হোৱাটো বাঞ্ছা নকৰিছিল। এই বিষয়ত আমাৰ কলিয়াবৰীয়া পণ্ডিত আত্মাৰাম শৰ্মাৰ নিজস্ব মত-অভিমত কিবা থাকিলেও হয়তো কেৰিয়ে তালৈ কৰ্ণপাত নকৰিছিল। উদাহৰণ-স্বৰূপে ১৮১৩ৰ অন্তভাগ "ধৰ্ম্মপুস্তক"ৰ (ওল্ড টেস্টামেণ্ট) পোন-প্ৰথমৰ 'শুভ্ৰবাৰ্ত্তা মাতিউওনিতা"ৰপৰা প্ৰথম ছটি পদৰ ভাঙনি তুলি দিয়া হৈছে ঃ

> আবৰাহামৰ্ সন্ততি দাউদৰ্ সন্ততি য়িশু খ্ৰীষ্টৰ পূৰ্ব্ব পুৰুষৰ্ এহি পুথি।
> আবৰাহামে য়িস্যাকক্ উপজালে আৰু য়িস্যাকে যআকুবক্ উপজালে আৰু যআকুবে য়ুহুদাহকে তেওঁৰ্ ভায়েকহঁতকো উপজালৈ আৰু য়ুহুদাহে ফাৰসকে তৰস্যাকে তমৰৰ্ গৰ্ভত উপজালে আৰু ফাৰসে স্যাসৰোণক্ উপজালে আৰু স্যাসৰোণে ৰামক্ উপজালে আৰু ৰামে আমিনদাবক্ উপজালে আৰু আমিনদাবে নস্যাসোনক্ উপজালে নস্যাসোনে শলমাক্ উপজালে আৰু শলমায় বোআজক ৰাস্যবৰ্ গৰ্ভৎ উপজালে আৰু বোআজে ওবেদক ৰতৰ্ গৰ্ভৎ উপজালে আৰু ওবেদে য়িশিক্ উপজালে য়িশিএ দাউদৰজাক্ উপজালে আৰু আউৰিয়াহৰ যি ভাৰ্য্যা আচিল্ তাইৰ গৰ্ভৎ দাউদৰজায় শলমনক্ উপজালে...

বহলভাবে হসন্ত চিনৰ ব্যৱহাৰ (আন কি, 'য়িহুদাহকে' শব্দতো) আৰু 'গৰ্ভৎ' ৰূপ চকুতলগা। অসমীয়া ভাষালৈ অহা নতুন আলহী বিদেশী নামবোৰত সংস্কৃতৰ ণত্ব-বিধিৰ 'বিচক্ষণীয়া' প্ৰয়োগৰ বুৰঞ্জী বোধ হয় 'স্যসৰোণ' শব্দেৰেই আৰম্ভ হ'ল এয়া। 'ভাৰ্যা'ত দ্বিত্বৰ পৰিহাৰ একদাৰগ্ৰহণৰ দৰেই হৈ বৈছে। 'স'ৰ টান আৰু কোমল 'চ' উচ্চাৰণ পাবৰ কাৰণে লগত 'য'ৰ সংযোগ (য়িস্যাক=Isaac, ৰাস্যব= Rachab) বা 'স'ৰ তলত ফুট দিয়া ('স্যসৰোণ'ৰ দ্বিতীয় আখৰটোত যেনেকৈ দিয়া হৈছে ; তাক আমাৰ ছপাখানাই দি দেখুৱাব নোৱাৰে) অভিনৱ। 'স্য'ৰ তলত দিয়া ফুটা পুৰণি অসমীয়া পুথিৰ যুক্তাক্ষৰৰ তলত টানি মৰা আঁচডালৰ দৰেই। 'ফাৰস' (Phares), 'শলমা' (Salmon), য়িশি (Jessc), 'শলমন'ত (Solomon) শ-স'ৰ য়ে কোমল 'ছ'ৰ উচ্চাৰণ হ'ব লাগে, তাৰ কোনো ইংগিত নাই, বঙলা ভাষাত লেখাৰ দৰে সিহঁতক বহুৱাই থোৱা হৈছে মাথোন। এনেবোৰ কথাতো অসমীয়া "ধৰ্ম্মপুস্তক"ৰ ওপৰত বঙলাৰ প্ৰভাৱ প্ৰকট হৈ বৈ গৈছে। তাৰ ফল-স্বৰূপে আনফালে এইবোৰ ঠাইত অসমীয়াৰ দৰে শ, স উচ্চাৰণ কৰাৰ সম্ভাৱনাও ইয়াত বৰ্তমান। উচ্চাৰণ অনুসৰি প্ৰথম, বিভক্তিৰ চিন দিয়া হৈছে য় আৰু এ—দাউদৰজায়, শলমায়, যিশিএ। 'আচিল'-'আছিল' পুৰণি অসমীয়াত দুইটা চলিছিল। 'তেঁও (আজি-কালিৰ 'তেওঁ') ৰূপটি এটি মন কৰিব লগীয়া বৈশিষ্ট্য। তলত আদিপুস্তক বা নিউ টেস্টামেণ্টৰ প্ৰথম পৰ্বৰ মাথোন প্ৰথম দুটা পেৰাগ্ৰাফ লওক।—

> প্ৰথমতে ঈশ্বৰে স্বৰ্গক্ আৰু পৃথিবীক্ সৃজিলে। পৃথিবী অথিৰ আকাৰ আৰু শূন্য আৰু গাম্ভীৰ জলৰ ওপৰত অন্ধকাৰ আচিল আৰু ঈশ্বৰৰ আত্মা পানীৰ্ ওপৰৎ দোলায়মান হল্। পাচে ঈশ্বৰ বুলিলে বোলে পহৰ হোক্ তাতে পহৰ হল্। তেতিয়া ঈশ্বৰে দেখিলে পহৰ উত্তম্ তাৰ্ পাচে ঈশ্বৰে পহৰাকে আৰু অন্ধকাৰকে বেলেগ্ কৰিলে। ঈশ্বৰে পহৰৰ নাম্ দিন্ আৰু অন্ধকাৰৰ নাম্ ৰাতি থলে সন্ধ্যায় প্ৰাতঃকাল হলৎ প্ৰথম্ দিন্ হল্।
> আৰু ঈশ্বৰে বুলিলে পানীৰ মাজৎ আকাশ্ হোক্ আৰু সেই পানী এই পানীৰপৰা বেলেগ্ কৰাক্। এই

যেতুক্ ঈশ্বরে আকাশ্ স্রজিলে আৰ্ আকাশৰ্ ওপৰৎ থকা পানীক্ তলৎ থকা পানীৰপৰা বেলেগ্ কৰিলে তাতে তেনেকুৱা হল্। ঈশ্বরে আকাশৰ্ নাম্ স্বৰ্গ থলে সন্ধ্যার প্রাতঃকালে হলৎ দ্বিতীয় দিন্ হল্।

ইয়াৰ লগত ইয়াৰ ডেৰ কুৰি বছৰ আগতে ছপা হোৱা বঙলা "ধৰ্মপুস্তক"ৰ এই দুটা ছেদ নিতান্তই তুলনীয়—

প্রথমে ঈশ্বর সৃজন করিলেন স্বর্গ ও পৃথিবী। পৃথিবী শূন্য ও অস্থিরাকার হইল এবং গভীরের উপরে অন্ধকার ও ঈশ্বরের আত্মা দোলায়মান হইলেন জলের উপর। পরে ঈশ্বর বলিলেন দীপ্তি হউক তাহাতে দীপ্তি হইল তখন ঈশ্বর সে দীপ্তি বিলক্ষণ দেখিলেন। তৎপরে ঈশ্বর দীপ্তি অন্ধকার বিভিন্ন করিলেন। ঈশ্বর ও দীপ্তির নাম রাখিলেন দিবস ও অন্ধকারের নাম রাত্রি। সন্ধ্যা ও প্রাতঃকাল হইলে হইল প্রথম দিবস।

এবং ঈশ্বর বলিলেন আকাশ হউক জলের মধ্যস্থলে ও সে জল এ জল প্রথক করুক। অতএব ঈশ্বর সৃজন করিলেন আকাশ ও প্রথক করিলেন আকাশের উপরের জল নিচের জল হইতে। তাহাতে সেই মত হইল। ঈশ্বর সে আকাশের নাম রাখিলেন স্বর্গ সন্ধ্যা ও প্রাতকাল হইলে হইল দ্বিতীয় দিবস।

এই অকণমান দুটা উদ্ধৃতিৰপৰা বাইবেলৰ অসমীয়া অনুবাদৰ ধৰণ, দোষ-গুণ,[১] তাৰ ভাষা আৰু বৰ্ণবিন্যাসৰ আঁতিগুৰিৰ গম পোৱা যাব। এইখিনিতেই পোনতে পূৰ্বৰ বৰ্ণবিন্যাস-ৰীতি পৰিহাৰ কৰি আধুনিক অসমীয়াই (ৰন্সনৰ ভাষাত) lengthens Dr Carey's ridge pole and adopts the same orthography. আধুনিক অসমীয়া ভাষা লিখোঁতে সংস্কৃত অভিধান আৰু ব্যাকৰণলৈ মুখ ঘূৰাই চোৱাৰ এয়া হ'ল আৰম্ভণ।

অসমত কাম কৰা আমেৰিকান বেপ্টিস্ট পাদুৰিসকলে পুৰণি অসমীয়া পুঁথি সংগ্ৰহ কৰিছিল, অধ্যয়ন কৰিছিল আৰু সম্পাদন কৰি প্ৰকাশো কৰিছিল; শ্ৰীৰামপুৰীয়াসকলে সেইটি কৰাৰ নজিৰ আমি পোৱা নাই। অসমৰ পাদুৰিসকলে অসমৰ প্ৰাচীন বৰ্ণবিন্যাস-ৰীতিকে অমিল-অজীণবোৰ গুচাই তাক হেতুকীকৰণ আৰু মানীকৰণ (rationalize, standardize) কৰি বাস্তৱমুখী কৰি লৈছিল আন কোনো পদ্ধতিৰ অবৰ্তমানত। ইয়াৰ পিছৰ খণ্ডত আমি দেখা পাম তেওঁলোকৰ এই বিষয়ত কি কাৰ্য আৰু কাৰ্যপন্থা।

**সন্তুলিত বৰ্ণবিন্যাস ঃ জাদুৰাম-ব্ৰাউন ৰীতি**

১৮১৩ খ্ৰীস্টাব্দত অসমীয়া নিউ টেস্টামেণ্ট আৰু ১৮৩৩ চনত অসমীয়া ওল্ড টেস্টামেণ্ট শ্ৰীৰামপুৰৰ বেপ্টিস্ট সমাজৰপৰা ছপা হৈ ওলাল। ১৮৩৯ চনত আগৰ শ্ৰীৰামপুৰীয়া পাদুৰি আৰু তেতিয়া গোহাটি ছেমিনাৰিৰ শিক্ষক উইলিয়াম্ ৰবিন্সনৰ *Grammar of the Assamese Language*খন প্ৰকাশিত হ'ল। এই সময়তে (১৯৪০) শ্ৰীমতী হেৰিয়েট কট্‌টাৰৰ *Vocabulary and Phrases in English and Asamese* ওলাল। ১৮৩৯ চনত জাদুৰাম ডেকা বৰুৱাই (১৮০১-৬৯) এখন বঙলা-অসমীয়া অভিধান প্ৰস্তুত কৰি জেংকিন্স্ চাহাবক উপহাৰ দিয়ে। জেংকিন্সে সেইখন শিৱসাগৰত থকা বেপ্টিস্ট পাদুৰিসকলক দান কৰে। জাদুৰামক ব্ৰাউন আৰু ৰন্সনে a learned Assamese

[১]ডক্টৰ সুশীলকুমাৰ দেই বাইবেলৰ সৃষ্টি-প্ৰকৰণ-বৰ্ণনাৰ কেৰিৰ বঙলা অনুবাদ সম্পৰ্কে লিখা কথাখিনি মন দি চাব লগীয়া ঃ Here is the version of one of the most sublime passages of the Bible—the account of the creation at the beginning, but the reader will note that the translation is not only imperfect and crude, the grammar incorrect, the idiom faulty, the syntax crabbed and obscure, but also the whole thing looks like an absolutly foreign growth vainly attempted to be acclimatized in Bengal" (*History of Bengali Literature in the Nineteenth Century*, p. 100). অসমীয়া অনুবাদো হ'ল 'একেই গছৰ আউনি-পাথ, সি কি হ'ব আন?'

pundit বুলি আখ্যা দিছে। জাদুৰামৰ বৰ্ণবিন্যাসকে পাদ্ৰিসকলে বাস্তৱানুৰূপ বুলি গ্ৰহণ কৰিলে।[১] "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী"য়ে ক'বৰ দৰে, "প্ৰকৃততে, শ্ৰীৰামপুৰ মিশ্যনেৰী আলিয়ে ছপোৱা পোনৰ অসমীয়া কাকতে-পুথিয়ে বৰ্তমান প্ৰচলিত আখৰ-জোৰ্টানিয়েই চলাইছিল ; পিছতহে যদুৰামৰেৰ আহি অনুসৰি সদায় আখৰ-জোৰ্টানিৰ সৰলতাৰ পক্ষপাতী পাদ্ৰীসকলে সেইদৰে মোট সলাইছিল। বৰুৱাদেৱৰ মতে, উচ্চাৰণেই আখৰ-জোৰ্টানিৰ নাকী ধৰি চলিব লাগে ; সেইদেখি তেওঁ অসমীয়াত শ, ষ, স'ৰ ঠাইত অকল স ; চ আৰু ছ'ৰ ঠাইত সদায় চ ; ি-ী'ৰ অকল ি ; ু-ূ'ৰ অকল ু চলাব লাগে বুলিছিল, আৰু যুক্তাক্ষৰৰ জটিলতা গুচাবলৈ বিচাৰিছিল।[২] যদিও পিছত হেমচন্দ্ৰই এই ৰীতিৰ আখৰ-জোৰ্টানিৰ শিপাই সৈতে উঘালিলে, তথাপি মাজে-সময়ে এতিয়ালৈকে তাৰ পোৱা মেলা দেখা যায়।"[৩] ড° কেৰিয়ে তেওঁৰ অসমীয়া "ধৰ্ম্মপুস্তক"ক বঙলা "ধৰ্ম্মপুস্তক"ৰ শাৰীত ওচৰা-উচৰিকৈ ৰাখিবৰ যত্ন কৰিছিল ; গতিকে তাৰ

[১]ডক্টৰ নাথান ব্ৰাউনে জেন্কিন্স্ ছাহাবৰপৰা জাদুৰাম ডেকা বৰুৱাৰ হাতে-লিখা অভিধানখনি পাই ইতিমধ্যে জটিল হৈ থকা অসমীয়া জোৰ্টনিৰ জঁট ভাঙিবৰ সুযোগ পাইছিল আৰু তাক অভিবাদন জনাইছিল। ব্ৰাউনে যুক্তি দি এই বিষয়ে স্পষ্টকৈ লেখিছে, It was necessary to make the orthography correspond with the pronunciation. ...The work which made the nearest approach to a regular system was a manuscript Bengalee dictionary, with Assamese definitions, prepared by Jaduram Deka Borua, a learned Assamese pundit. The orthography of this work was found to correspond much better with the actual pronunciation than any other that had been met with ; the great portion of the redundant letters were discarded, while the general forms of words agreed, for the most part, with those found in the Buronjis."

[২]১৮৯০ চনত অসমীয়া ভাষাৰ উন্নতি-সাধিনী সভাত "অসমীয়া ভাষা বিষয়ে বক্তৃতা দিওঁতে পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে যাদুৰাম ডেকাবৰুৱাৰ বিষয়ে কৈছিল, "অসমীয়াৰ উন্নতিৰ অৰ্থে, খৃষ্টান মিচনেৰি-সকলৰ লগত যোগ দিয়া দেশীয় ভদ্ৰলোকৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকনৰ পিছতে নাম কৰিব লগীয়া, যাদুৰাম ডেকাবৰুৱা। এওঁৱেই প্ৰথমতে ১৮৩৯ চনত অসমীয়া আৰু বঙ্গলা ভাষাত এখনি বৰ ডাঙৰ অভিধান লেখে। অভিধানখনি সংগ্ৰহ কৰি তেওঁ কৰ্ণেল জেন্কিন্সক ভেটি দিয়ে ; জেন্কিন্সে আকৌ তাকে শিৱসাগৰৰ মিচন চচাইটিক দান কৰে। যাদুৰাম বৰুৱাৰ এই অভিধানখনিকে গঢ়িলা লৈহে পিছত ব্ৰন্সন্ চাহাবে অসমীয়া ভাষাৰ অভিধান লেখে। যাদুৰাম বৰুৱাই লেখা পুৰা অভিধানখনি, ক'ৰবাত পোৱা যায় নে নেযায় আমি এতিয়াও জানিব পৰা নাই ; তথাপি সি বেতিয়া ছপা হৈ ওলোৱা নাছিল ইমান দিনৰ অপ্ৰতিপালত নষ্ট হোৱাই সম্ভৱ। এই অভিধানখনি আনন্দৰাম ঢেকিয়াল ফুকনে দেখি কৈ গৈছে বোলে 'যাদুৰাম ডেকাবৰুৱাৰ অভিধানখনি এখনি বৰ ডাঙৰ অভিধান আৰু ইয়াত প্ৰায় এটাইবোৰ অসমীয়া শব্দই আছে।' আখৰ-জোঁটনি সম্বন্ধে সেই কালৰ অসমীয়া ভাষাৰ লেখকসকলে, কি চাহাব কি দেশীয় সকলোৱে, যাদুৰামৰ আহি লৈছিল। যাদুৰাম বৰুৱাৰ মতে, আমি যিটো কথা যেনেকৈ উচ্চাৰণ কৰোঁ, তাক লেখোঁতেও তেনেকৈ লেখিব লাগে ; সেইবাবে তেওঁ একে উচ্চাৰণৰ আখৰবিলাকৰ (যেনে, শ, ষ, স ; চ, ছ ; জ, ঝ) ভিতৰত এটা আখৰ মাথোন ব্যৱহাৰ কৰি ইবোৰ এৰি দিছিল। যথাৰ্থ কথা কবলৈ গলে, তেনে মতৰ বাবে "যাদুৰাম বৰুৱা অলপো দোষী নহয়। আচলতে উচ্চাৰণলৈ চাইহে কথা লেখা উচিত। সেই বুলিয়েই পাৰিলে মূল হেৰাবলৈ দিব নেলাগে। আজিকালি আখৰ জোঁটাওঁতে শব্দৰ মূল আৰু উচ্চাৰণ দুইটা ৰাখিবলৈ চেষ্টা কৰা হৈছে, আৰু য'ত মূল ৰাখিলে উচ্চাৰণৰ বিশেষ ব্যাঘাত হয়, ত'তহে মূল এৰি দি, যাদুৰাম বৰুৱাৰ আহিৰে কেৱল উচ্চাৰণৰ আহিকে ৰখা হয়। যাদুৰাম ডেকাবৰুৱা অসমীয়া ভাষাৰ প্ৰতি জনচনৰ (Dr. Johnson) নিচিনা হলেও অসমীয়াৰ ভিতৰত কোনো বচৱেল (Boswell) নথকাত, তেওঁৰ নাম অতি কম লোকেহে জানে।"

[৩]অসমীয়া বৰ্ণবিন্যাসৰ সৰলীকৰণৰ কামনা আৰু জাদুৰামৰ নীতিৰ পুনৰাগমৰ বাঞ্ছা যে কোনো কোনোৱে কৰে, এইটোও ঠিক। পুৰণিৰ প্ৰতি হাবিলাস থকা এগৰাকী লেখকৰ উক্তি : "Esperanto, spelling reform, cosmopolitan language-সৃষ্টিৰ দিনত কোনে ক'ব পাৰে যে অসমতো আগৰ যোঁটনিয়ে উজু, পোন সৰল বাট নধৰিব ? আৰু ধৰিলেই 'জাদুৰাম বৰুৱাই [illegible] নিছান ধৰি আগত থিয় [illegible] ডেকা বৰুৱা)।

শব্দাৱলী আৰু বৰ্ণবিন্যাসত সংস্কৃত-সংস্কৃতীয়া বোলে বাবুকৈয়ে লাগিছিল। ৰবিন্সনৰতো কথাই নাই! তেওঁৰ মতে অসমীয়া বঙলাৰ এটা চহা ৰূপ মথোন; গতিকে তাক যিমান পাৰি চহৰীয়া কৰি বঙলাৰ অনুৰূপ কৰাই তেওঁৰ বিধান। তেওঁৰ ভাষাৰ প্ৰতি দৃষ্টি এনে কুটিল আছিল যে 'ৱ' আখৰটোকো তেওঁ ভাষাৰ চাৰি বেৰৰ বাহিৰত ৰাখিবৰ যত্ন কৰিছিল।

অসমৰ আমেৰিকান বেপ্টিস্ট লেখকসকলৰ আগত দুটা বৰ্ণবিন্যাস-পদ্ধতি মুকলি আছিল—এটা শ্ৰীৰামপুৰীয়া ব্ৰিটিশ বেপ্টিস্টৰ সংস্কৃত আৰু বঙলাৰ অনুগামী, আনটো পুৰণি পুথিৰ পথ ধৰা জাদুৰাম বৰুৱাৰ বাস্তৱানুগ আৰু সৰলীকৃত। ইতিমধ্যে ব্ৰাউন আদিয়ে পুৰণি পুথি সংগ্ৰহ আৰু অধ্যয়ন কৰিছিল। ভাষাতাত্ত্বিক ব্ৰাউন আৰু ব্ৰন্সনৰ অসমীয়া ভাষাৰ চৰ্চা গভীৰৰপৰা গভীৰতৰলৈ গৈছিল। ব্ৰাউনে ১৮৩৮ত 'vulgar tongue' অসমীয়া আৰু বঙলাৰ মাজত ব্যাকৰণৰ বাহিৰে অন্য কোনো পাৰ্থক্য বেছি দেখা পোৱা নাছিল আৰু বঙলা ভাষা দেশত প্ৰৱৰ্তিত হোৱাত দুই-এক পুৰুষতে অসমীয়া ভাষা লোপ পাব বুলি ভাবিছিল; ১৮৪৩ত অসমীয়া ভাষাক এক বিৰাট জনসংখ্যাৰ কথিত 'one uniform, copious and beautiful language' বুলি উপলব্ধি কৰি তাক পৰিহাৰ কৰাৰ চিন্তাকে দূৰ কৰিছিল; আৰু ১৮৪৯ চনত *Grammatical Notices of the Asamese Language*পুথি লেখি পাতনিত অসমীয়াক বঙলাৰপৰা স্বতন্ত্ৰ আৰু লয়লাস আৰু কোমলতাত বঙলাৰ বহুত ওপৰত বুলি বৰ্ণনা কৰিছিল। ১৮৫৩-৫৪ত মিল্সে তেওঁক 'the best scholar in the province' বুলি প্ৰশংসা কৰাটো একো আচৰিত কথা নাছিল। এই প্ৰশংসাত হয়তো অতিশয় ক্ষুন্ন হৈ মিল্সৰ অনুমোদন বাতিল কৰিবলৈ যত্ন কৰা ৰবিন্সনে মৰি মৰকামোৰ নেৰি ১৮৫৪তে কৈছিল, "I believe the language spoken in Assam to be essentially the same as Bengali. The vocables are the same, disguised only by differences of form. In the grammatical inflections the differences are greater compared with the present polished language of the books; but these deflections in grammatical structure may all be found in the colloquial dialects of Bengali" (উপৰ্যুক্ত Some Remarks ). এনে কথাৰ প্ৰতিবাদত ব্ৰাউনে কৈছিল, "It is very easy to caricature a language that one knows but little of...." গতিকে ব্ৰাউন আদিয়ে পোনবেপৰা শ্ৰীৰামপুৰীয়াসকলৰ সকলো কথা সন্দেহেৰে চাইছিল। তেওঁলোকে আদিৰেপৰা কথিত আৰু লিখিত ৰূপত অসমীয়া ভাষা ধনভাৱে অধ্যয়ন কৰিছিল। ৰবিন্সনৰ মত সমালোচনা কৰি গুৱাহাটীত থকা পাদুৰি উইলিয়াম বাৰ্ডে ব্ৰন্সনলৈ লেখিছে, "During the four years that I have been studying and speaking the Asamese I have confined myself exclusively to the language as spoken by the people and as found *in their own-books*." এইদৰে পুৰণি পুথিৰ ভাষাৰ প্ৰতি এই পাদুৰি-সকলে বিশেষ মনোযোগ দিছিল। অসমীয়া ভাষাৰ হৈ ওকালতি কৰোঁতে আমেৰিকান পাদুৰিসকলে অসমীয়াৰ স্বাৰ্থলৈ বিশেষ চকু ৰাখিছিল। আই. জে. স্টেডাৰ্ডে ব্ৰন্সনলৈ লেখা চিঠিত লেখিছে, "As we value the dearest interests of this people, we cannot, therefore, longer withhold our dissent from Mr. Robinson's position." মুঠৰ ওপৰত, বৰ্ণবিন্যাসপদ্ধতিতো অসমত কাম কৰা আমেৰিকান পাদুৰিসকলে ইতিমধ্যেই কেৰি-ৰবিন্সনৰ পথ এৰি লেৰেলি ডেকা-বৰুৱাৰ পন্থা অৱলম্বন কৰাটো স্বাভাৱিক যেনেই হৈ পৰিছিল। ১৮৪৬ চনৰ জানুৱাৰীত "অৰুনোদই" প্ৰথম প্ৰকাশ হোৱাৰ আগতে ব্ৰাউনে জাদুৰামৰ সৰলীকৃত পদ্ধতি গ্ৰহণ কৰিলে। তেনে বৰ্ণবিন্যাসেৰে তেওঁলোকৰ আন কোনো প্ৰকাশন আমাৰ হাতত বৰ্তমানে নাই।

জাদুৰাম-ব্ৰাউনৰ বাস্তৱানুগ আৰু সৰলীকৃত বৰ্ণবিন্যাস আটাইতকৈ গভীৰ প্ৰত্যাহ্বানৰূপে থিয় হৈছিল অসমীয়া-বঙলা একেই ভাষা বোলা থিঅৰিস্টসকলৰ বাবে। গতিকে অসমীয়া ভাষাৰো বিশেষজ্ঞ বুলি

নিজকে জ্ঞান কৰা ৰবিন্ছন যে তাত জ'কি উঠিব, তাত আচৰিত মানিব লগীয়া একো নাই। তেওঁ ৩১ আগষ্ট ১৮৫৪ তাৰিখে ব্ৰন্ছনলৈ পঠিওৱা Some Remarks in the Defence of Bengali in the Govt. Schools in Assam নামৰ টোকাত যি বলকিছে মন কৰিব লগীয়া ঃ তেওঁৰ মতে অসমীয়া-বঙলাৰ শব্দাৱলীৰ অত্যন্ত মিল ; "This close affinity between the two languages has however been greatly disguised by *differences* of form : not merely by those which are the consequence of the natural development and progress of the Bengali,—but by interchanges of letters in Assamese,—the slovenly modes of pronunciation, and the very capricious varieties of spelling displayed by the people of Assam.

"To this I must add, that Mr. Brown's system of spelling has tended to a still greater degree to widen the difference. It professes, I believe, to be a phonetic system : but where there is such a variety in the modes of pronunciation it is to be inferred that Mr. Brown has atopted the most common to his part of the country, and this has been set up as the standard. The system is at best but an arbitrary one and the sooner it is relinquished for the conventional system of the Bengali, the sooner will the differences between the two languages vanish away."

ব্ৰাউন আৰু ৱাৰ্ড, দুয়ো ৰবিন্ছনৰ কথাৰ চুঙা চাই সোপা দিছে। ৱাৰ্ডে আঙুলিয়াই দিছে যে "all our books are in the strict language of Upper Asam—the language which Mr. Robinson calls 'vulgar', 'uncouth', etc., and the spelling of which he terms '*arbitrary*'. If it is so arbitrary as is represented, how is it that the natives all read it with such ease and fluency, that it is to them like breathing their native air ?"

ৰবিন্ছনৰ বাহিৰেও দেশৰ ভিতৰৰ সংস্কৃত পুথি আৰু বঙলা আধুনিক কিতাপ-কাকত পঢ়া লোকৰপৰা "অৰুনোদই"ৰ বৰ্ণবিন্যাস সম্পৰ্কে আপত্তি উঠিবলৈ ধৰে। এপ্ৰিল ১৮৫৪ৰ সংখ্যাত প্ৰশ্নোত্তৰ প্ৰসংগত কোনোবা পত্ৰ-লেখকৰ এটি মন্তব্য তুলি দিয়া হৈছে ঃ "আন আন কোনো সংষ্কিত আৰু বঙ্গালিৰে মিহলি কথা লিখিচে ; আৰু সংস্কিতৰ মাত লিখাৰ দৰে দিৰ্ঘ ঈকাৰ ঊকাৰ আদিৰে ভাসাৰ মাতো লিখিব দিচে ; আৰু আমাত কৈচে, 'আনন্দ বৰ্দ্ধক, ও শুদ্ধ, ও সংস্কিত কঠোৰ কঠোৰ শব্দ, এবং গভিৰ ভাব, জ্ঞানৰ নিমিত্ত পদবিলাক শুদ্ধ ও পদ্ বৰ্দ্ধবিলাক শ্ৰাবনী জনৰ শ্ৰবন কুহৰে সুধা শ্ৰবিত তুল্য হলইতেন, অৰুনোদই নো কি অমুল্য নিধি হলইতেন, কবই নোআৰোঁ ; তথাছ ৰাখৰ দিয়া শোনাৰ ভূষণতে হিৰা পতাৰ নিচিনা হব।" চিঠি দিয়া পণ্ডিতজনৰ নাম আজি জানিবৰ উপায় নাই ; কিন্তু পৰক বাট দেখুৱাবলৈ যোৱা তেওঁৰে খোজ থৰক-বৰক। তেওঁৰ উপদেশৰ উত্তৰত '।।'-স্বাক্ষৰেৰে সম্পাদক ব্ৰাউনে "অৰুনোদই"ৰ নীতি ঘোষণা কৰিছে এইদৰে 'Style and Mode of Spelling', এই উপশীৰ্ষৰ তলত ঃ "কিন্তু আমি কেৱল পণ্ডিতলৈ লিখা ন হই, সকলো মানুহৰ নিমিত্তে লিখিচোঁ। সংস্কিত আৰু ভাসা মিহলি কৰিলে, আমি ভাল নে দেখোঁ ; সংস্কিত হলে সুধ সংস্কিততেই হব লাগে ; ভাসা হলে সুদা ভাসা হব লাগে। সংস্কিতত প্ৰাই গোট গোট আখৰ। আগৰ কালৰ মানুহৰ মুখত সংস্কিতৰ সকলো মাত লিখা দৰে ফুটিচিল ; এতিয়া প্ৰাই পণ্ডিতৰ মুখতো নু ফুটে।

"ভাসা লিখোঁতে, আখৰৰ জিমান জাতি, তিমানহে লিখিব লাগে ; একে জাতিৰে দুই তিনি প্ৰভেদৰ সকাম নাই। জ, য় জৰ, এই দুইৰো একেটা উচাৰন ; এই হেতুকে অন্তস্থ য়ৰ বাহিৰে আন য নি

লিখোঁ। শ, ষ, স, তিনটাৰে একে মাত ; শ্ৰী স্ৰীৰ একো ভেদ নে দেখোঁ ; আমি কেৱল সহে লিখোঁ। ন, ণ, আৰু হ্রস্ব দীৰ্ঘতো এই দৰে বুজিবা। ভাসাত বণ নো বোলে, বনহে বোলে ; পানী হলে পানি বোলে, পাপীৰ ঠাইত পাপিপ ; কূলৰ ঠাইত কুল ; সূৰ্য্যৰ ঠাইত সুৰ্জ বা সুৰুজ। আৰু ৰেফৰ পাচত এটা আখৰ, দুটাকৈ নু ফুটে ; পৰ্ব্বত নো বোলে, পৰ্বতহে বোলে ; সৰ্ব্ব, ধৰ্ম্ম, কৰ্ম্ম, মৰ্ম্ম মুখত নোলাই ; সৰ্ব, ধৰ্ম, কৰ্ম, মৰ্ম নাইবা ধৰম, কৰম, মৰম, এই ৰূপে ওলাই। শ্লোক লিখিলে সংস্কৃতৰ ভাৱেৰে অৱস্যে লিখিব লাগে ; ভাসাত হলে আমাৰ দাই ন ধৰিবা।"

সংস্কৃত গ্রন্থৰ, বঙ্গলা কিতাপ-কাকতৰ আৰু শ্রীৰামপুৰীয়া পাদুৰিৰ অসমীয়া প্রকাশনৰ আদৰ্শ আগত ৰাখি চিন্তা কৰা "অৰুনোদই"ৰ আন আন পাঠকেও কাকতৰ সৰলীকৃত ( বোধ হয় অতিসৰলীকৃত বুলি অনুভূত ) আৰু নির্মমভাৱে সমীকৃত বর্ণবিন্যাস লৈ আপত্তি কৰিবলৈ ধৰে। ১৮৫৬ত ব্ৰাউন স্বদেশলৈ ঘূৰি যোৱাত সেই আখৰ-জোঁটনিৰ 'আমাৰ হলে দাই ন ধৰিবা' বুলি খাটাং উত্তৰ দিওঁতা নোহোৱা হ'ল। "শিক্ষিত দেশী" লোকৰ আপত্তি আৰু সিসকলৰ আপত্তিৰ যুক্তি সম্পৰ্কে ব্ৰন্সনৰ "The Assam Mission, Its Past and Present"-শীর্ষক এক প্রতিৱেদনৰপৰা জানিবলৈ পোৱা যায়। এই ৰিপোৰ্ট তেওঁ আমেৰিকালৈ যাওঁতে বাটতে লেখি আমেৰিকান্ বেপ্টিস্ট্ মিছনেৰি ইউনিয়নৰ ফৰেইন্ চেক্রেটাৰি ৰেভাৰেণ্ড ছলোমন পেকৰ ওচৰত দাখিল কৰিবলৈ প্ৰস্তুত কৰিছিল। তাত ঠিকনা-তাৰিখ দিয়া হৈছে—Ship Radiant off St. Helena, 250 miles west. Jan. 25. 1858. দেখা যায় 'শিক্ষিত দেশীসকলৰ' প্রতিবাদ যথেষ্ট প্রবল হৈ উঠিছিল, যি কাৰণে ব্ৰন্সনৰ নিচিনা ভাষাতাত্ত্বিক আৰু activist-ও (আৰু এই তাৰিখৰ ন বছৰৰ পিছতে "অৰুনোদই"ৰ পথৰ অনুগামী বৰ্ণবিন্যাসেৰে "অচমিয়া-ইংৰাজি অভিধান" প্ৰকাশ কৰোঁতাও) মিছনৰ ভৱিষ্যত কাৰ্য সম্পৰ্কে সন্দিহান হৈ উঠিছিল, নহ'লেবা সেই বিষয়ত বিচলিত হৈ পৰা মিছনৰ মনোভাৱ ৰিপোৰ্টত লিপিবদ্ধ কৰিছিল। —"Our books are also unpopular with the educated *natives*. They object to the mode of spelling adopted and carried out from the first. They say that their language is a cognate of the Sanskrit, the orthography of which has been settled for 3000 years. They say that in our books a mode of spelling is introduced offensive to their taste, and contrary to that correct mode used in their Shasters. It strikes them as unpleasantly as a mispelled English book does our English scholar. This gives the Govt. a strong weapon against us. They say, Your books are unpopular among the natives and your system of spelling so corrupt and different that we cannot use both kinds of books in our schools. Thus both among the influential natives and Govt. the spelling renders our books unpopular, however well received in other respects. I trust that it will be understood that these remarks are designed in no way to deteriorate the translation of my esteemed associate, Dr Brown—Which I believe is conspicuous, idiomatic. unusually so. But my deep and abiding conviction is, that its usefulness and permanency will be soon destroyed unless he lengthens Dr. Carey's ridge pole, and adopts the same orthography." মিছনৰ সকলো কিতাপকে "অৰুনোদই"ৰে একে আখৰ-জোঁটনিৰে ছপোৱা হৈছিল। সেই দেখি অতি সুন্দৰ অনুবাদবোৰ, আন কি ডঃ ব্ৰাউনৰ "আমাৰ ত্ৰানকৰ্তা যিচু খ্ৰিষ্টৰ নতুন নিয়ম' আদৰ কমি আহিবলৈ ধৰিছিল। অসমীয়া ভাষাৰ পুনৰুদ্ধাৰৰ বাবে মিছনেৰিসকলে কৰা যত্নৰ বাবে দেশীয় লোকসকলে মুকলিকৈ কৃতজ্ঞতা প্ৰকাশ কৰিছিল ; তেওঁ-

লোকে আৰু ছৰকাৰৰ ভাষা-দমন-নীতি মানি নলয়। কিন্তু তেওঁলোকৰ সমৰ্থন মিছনৰ প্ৰচেষ্টাত পাবলৈ হ'লে বৰ্ণবিন্যাসৰ বিষয়তো তেওঁলোকৰ সমৰ্থনীয় ৰীতি গ্ৰহণ কৰিব লাগিব বুলি ব্ৰন্সনৰ ধাৰণা। তেতিয়াহে মিছনৰ সকলো কাম নিঃশঙ্ক হ'ব। "The educated natives of Assam have lately had few books printed in their own language, but they punctiliously adhere to the same system of spelling employed in every other kindred cognate of Sanskrit."

পূৰ্বতে ব্ৰাউনে যি আঁহি পৰিহাৰ কৰি আহিছিল, এতিয়া তাকে মিছনে গ্ৰহণ কৰিব লগীয়া হ'ল to lengthen Dr Carey's ridge pole—ইয়াকে কৰি অসমীয়া ভাষা উদ্ধাৰ কৰা আৰু মিছনৰ প্ৰকাশন পাঠকৰ গ্ৰহণীয় কৰাৰ পথ ল'ব লগীয়া হ'ল। ব্ৰন্সনৰ ৰিপোৰ্টত আন কি ইমান দিনে চলি অহা আৰু তেওঁৰ প্ৰকাশিতব্য অভিধানতো প্ৰৱৰ্তিত বৰ্ণবিন্যাসৰ প্ৰণালীৰ সপক্ষে এআষাৰ কথাও দেখা পোৱা নাযায়। কোন কোন আৰু কিমানজন দেশীয় লোকে বৰুৱা-ব্ৰাউন বৰ্ণবিন্যাসৰ প্ৰতি-আন্দোলন গঢ়ি তুলিছিল, তাৰ অভিলেখ আমাৰ হাতত নাই। মাথোন হেমচন্দ্ৰ বৰুৱাই তেওঁৰ আত্মজীৱনীত "অৰুনোদই"ৰ কথা লৈ লেখিছে: "মই তাৰ বৰ্ণবিন্যাস সংশোধনৰ নিমিত্তে যত্ন কৰিবলৈ ধৰিলোঁ। মোৰ এই চেষ্টাত নিধি লেভি ফেয়াৰোৱেল নামেৰে এটা দেশী খৃষ্টিয়ানৰপৰা বৰ বাধা পাইছিলোঁ। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণবিন্যাসৰ প্ৰণালীৰ এক আঙুলো লৰচৰ হোৱাক মহাপাপ যেন ভাবিছিল। ...তাৰ কথাত নিধিয়ে জনচেৰেক ডাঙৰীয়াৰো মত লৈছিল।" "অৰুনোদই"ৰ বৰ্ণবিন্যাসৰ বিৰুদ্ধে হেমচন্দ্ৰৰ কিমান ঘোৰ আপত্তি তাক নিধি লিবাইক 'এটা', 'সি', 'তাৰ' বুলি অশোভন ঘৃণাৰে উল্লেখ কৰাৰপৰাই অনুমান কৰিব পাৰি: তদুপৰি ব্ৰাউন-পৰিচালিত পদ্ধতিয়ে সম্পূৰ্ণ অশুদ্ধ, তেনে বদ্ধমূল ধাৰণা তাৰ 'সংশোধনৰ নিমিত্তে যত্ন' কৰাৰপৰাই বুজিব পাৰি। গতিকে, সম্ভৱতঃ হেমচন্দ্ৰয়ে 'ডক্টৰ কেৰিৰ ঘৰৰ মূধৰ মাৰ্বলিডাল দীঘলোৱা'ত আগভাগ লৈছিল বুলি ভাবিব পাৰি। হেমচন্দ্ৰ-উল্লিখিত 'জনচেৰেক ডাঙৰীয়া'ৰ ভিতৰত জাদুৰাম, আনন্দৰাম আৰু গুণাভিৰামো নিশ্চয় পৰিছিল, যদিচ আনন্দৰামে তেওঁৰ পৰিকল্পিত ইংৰাজী-অসমীয়া অভিধানত "অৰুনোদই"ৰ মতৰপৰা কিঞ্চিৎ আঁতৰি গৈছিল। যি দেখা যায়, ঘাই ৰণখন দুই সেনাপতি নিধি লিবাই আৰু হেমচন্দ্ৰৰ মাজতে হৈছিল। শেহত হেমচন্দ্ৰ বৰুৱাৰে জয় হ'ল। আন কি, "অৰুনোদই" নামটোও ১৮৬১ৰ জানুৱাৰীৰপৰা উইলিয়াম ৱাৰ্ডৰ সম্পাদিত ৰূপত "অৰুণোদয়" হ'ল আৰু সমস্ত কাকতখনিত আজিৰ দিনৰ আঁহিৰ হেমচন্দ্ৰ-নিৰ্দিষ্ট বৰ্ণবিন্যাস গ্ৰহণ কৰা হ'ল। এইদৰে অসমীয়া ভাষাৰ এই প্ৰথম সাংগঠনিক স্তৰে পিছৰ কালৰ কাৰণে নানা অনুশীলনৰ যোগে এটি অভিনৱ ঐতিহ্য সৃষ্টি কৰিলে।

১৮৬৭ত যেতিয়া ব্ৰন্সনৰ 'অসমিয়া-ইংৰাজি অভিধান' ওলাল, তেওঁ তেতিয়াও জাদুৰাম-ব্ৰাউনৰ প্ৰণালীৰেই তাক উলিয়াই পাততনিত ক'লে,

> As the language has hitherto had no standard, and has been used vaguely, I am aware that this first edition, like all other first attempts of this kind, must be left more or less imperfect. No word, however, has been allowed to pass without careful examination; and when doubts have existed, the oldest and best informed of the people have been consulted.…
>
> The system of Orthography adopted in this work, is that of *Jaduram Borua*, a learned Assamese Pundit, which, it is believed much better corresponds with the actual pronunciation of the people than any other system met with (See Introduction to Brown's Grammatical Notices, page ix).

এয়ে বিশেষজ্ঞ ভাষাতাত্ত্বিক ব্ৰন্সনৰ শেষ কথা হ'লনেকি?

নহ'লেনো, ২৫ জানুৱাৰী ১৮৫৮ তাৰিখে ছেণ্ট হেলেনা মাজুলিৰ আঢৈ শ মাইল নিলগৰপৰা ৰেডিয়েণ্ট ভাপ-নাৱৰ বুকৰপৰা আমেৰিকান বেপ্টিস্ট মিছনেৰি ইউনিয়নলৈ প্ৰতিবেদন পঠিয়াওঁতে

ব্রাউনৰ বৰ্ণবিন্যাস পৰিত্যাগ কৰি 'ডক্টৰ কেঁৰিৰ মুখৰ মাৰ্বলি'ত অসমীয়া ভাষাকো ওলমা-বাদুলি দিবলৈ উপদেশ দিয়াৰ ন বছৰ পিছত ১২ আগস্ট ১৮৬৭ তাৰিখে পুনৰ জাদুৰাম-ব্ৰাউন-ৰীতিলৈ ব্ৰন্সন ছাহাব ঘূৰি অহাৰ হেতু কি ? নে, জাদুৰাম-ব্ৰাউনক পৰিহাৰ কৰা আৰু educated natives-অৰ লগতে কেৰিক চেনেহত সাবটি ধৰাটো এটা মাথোন কূটনীতিহেনেকি ? নে, The system of Orthography adopted in the work…much better corresponds with the actual pronunciation of the people than any other system met with.—এইটোৱেইনেকি প্ৰশ্নটোৰ শেষ সমাধান ? অভিধান আৰু "অৰুণোদয়"ৰ বাহিৰেও মিছনৰ আন নতুন প্ৰকাশনবোৰত যুক্তিবাদৰ ধাৰত জাদুৰাম-ব্ৰাউন চলি থাকিল নে গত্যন্তৰ নেদেখি 'কেঁৰিৰ মুখৰ মাৰ্বলিকে দীঘলোৱা' হ'ল ?

**এটা সমস্যা আৰু তিনিটা পথ ঃ**

সমুখত উপস্থিত তিনিটা পদ্ধতিৰ সম্পৰ্কে সেই সময়ত নিশ্চয় নানা গুণা-গঁথা, গলা-গপা হ'ল।

১. **পুৰণি অসমীয়া ৰীতি ঃ** ব্ৰন্সনে (১৮৬৭) কৈছিল যে the language has hitherto had no standard, and has been used vaguely. ইয়াৰ অৰ্থ হ'ল—পুৰণিত ভাষাৰ অভিধান-ব্যাকৰণ নোহোৱাত বৰ্ণবিন্যাসৰো কোনো নিৰূপিত বিধান নাই। ৰবিন্সনতো (১৮৫৪) the slovenly modes of pronunciation, and the capricious varieties of spelling displayed by the people লৈয়ে মুখৰ ! কিন্তু পুৰণি পুথিৰ বৰ্ণবিন্যাসত মাথোন capricious varietiesহে আছিলনেকি ? তাত কোনো method in the madness নাছিলনে সঁচাকৈয়ে ? আমি সেইটো মানি ল'বলৈ টান পাওঁ। পুৰণি অসমীয়া আখৰজোঁটনিৰ নিয়মক তাৰ নিজৰ সীমাৰ ভিতৰতে হেতুকীকৰণ, মানীকৰণৰ দ্বাৰা এটা নিশ্চিত মানত নিশ্চয় নিৰ্ণয় কৰি ল'ব পাৰি। প্ৰাকৃতৰ 'শষোঃ সঃ' সূত্ৰৰ অনুৰ্বতিতা, ণ-ন-ৰ মাজত মাত্ৰ ন-ৰ স্বীকৃতি, হ্ৰস্ব-দীৰ্ঘ স্বৰৰ মাজত মাথোন হ্ৰস্বৰ ব্যৱহাৰ, য-জ-ৰ সম উচ্চাৰণৰ ক্ষেত্ৰত কেৱল জ-ৰহে সংৰক্ষণ, ৰেফৰ লগত দ্বিত্বৰ পৰিহাৰ বা গ্ৰহণ, স্বৰূপ বৰ্তমানৰ ক্ৰিয়াত চ বা ছ, আৰু সাধ্যা-সিদ্ধা দুয়োবিধ ক্ৰিয়াতে-ই প্ৰত্যয়,—এনেবোৰ পুৰণি অসমীয়াৰ বহল সাধাৰণ নিয়ম বুলি গ্ৰহণ কৰিলে পুৰণি অসমীয়াৰ এখন মানক অভিধান বা ব্যাকৰণ ওলাবৰ সম্ভাৱনা ওলাই পৰে। এই বিষয়ত ব্ৰন্সনৰ অভিধানেই মুখে মুখে চলা শব্দৰ উপৰি পুথিত ব্যৱহাৰ হোৱা সংস্কৃত শব্দৰ সমাবেশেৰে এটা পটি লগাই দিছিল ঃ I have also inserted the more common Sanskrit words that are used in the *Puthis*, and therefore known to the people These words are also used in our School Books, and Scripture Translations. But it should be borne in mind that they are often used in Assamese, with a modified meaning, and a different pronunciation. A few words are used with a slight difference of form and pronunciation. কিন্তু অসমৰ নিজস্ব পুৰণি বৰ্ণবিন্যাস-ৰীতিলৈ educated natives-এও চকু ঘূৰাই নাচালে যদিচ তাৰ মানীকৃত ৰূপত জাদুৰাম-ব্ৰাউনে তাক মানি লৈছিল বুলি ক'ব পাৰি।

২ **জাদুৰাম-ব্ৰাউন ৰীতি ঃ** জাদুৰাম-ব্ৰাউন পদ্ধতিয়ে আমি বৰ্ণোৱা মানীকৰণত মাত্ৰ hypothetical এই মানক অভিধান-ব্যাকৰণকে মানি লৈছিল যদিও এই সম্প্ৰদায়েও পুৰণি ৰীতিৰ নামত কথা কোৱা নাছিল। ব্ৰাউন আদিয়েই পুৰণি অসমীয়া পুথিৰ সংগ্ৰহ-সম্পাদন-প্ৰকাশনৰ পথ-প্ৰদৰ্শক। তেওঁলোকে অসমীয়া মানুহৰ কথিত আৰু পুথিত লিখিত ৰূপত অসমীয়া ভাষা অধ্যয়ন কৰিছিল। এই বিষয়ত উইলিয়াম্ বাৰ্ডৰ (১৮৫৪) উক্তি প্ৰণিধানযোগ্য ঃ During the four years I have been studying and speaking the Assamese I have confined myself exclusively to the language as spoken by the people and as found in their own books. গতিকে পাদুৰিসকলৰ ৰীতি এটা কাল্পনিক বস্তু নহয় ; সি অসমৰ মাটিত গজা জীৱন্ত উদ্ভিদেই। ৰবিন্সনৰ

(১৮৫৪) মহা আপত্তি যে ব্ৰাউন-পদ্ধতিয়ে অসমীয়া-বঙলাৰ পাৰ্থক্য অধিক স্পষ্ট কৰি দেখুৱাইছিল। যদি দেখুৱাইছিল, ভালকে কৰিছিল, কাৰণ সেই পাৰ্থক্য বাস্তৱ পাৰ্থক্য, বাস্তৱৰপৰা অতবাই অসমীয়া ভাষাক বঙলাৰ ৩চৰ কৰি লাভ কি? ৰবিন্সনৰ আৰু ধাৰণা, ব্ৰাউনৰ পদ্ধতিটো phonetical system-ৰূপে পৰিকল্পিত, কিন্তু সি সম্পূৰ্ণ তেনেও নহয়। তেওঁৰ আৰু এটা ডাঙৰ ওজৰ যে অসমীয়া ভাষাৰ বহুত ধৰণে উচ্চাৰণ হয়, কিন্তু Dr Brown has adopted the most common to his part of the country, and this has been set up as the standard. যদি ব্ৰাউনে তেনে কৰিছিল, ঠিকেই কৰিছিল, কাৰণ তাৰযে প্ৰয়োজন আছিল, সেই কথা পিছৰ যুগৰ বুৰঞ্জীয়েই দেখুৱাইছে। ৰবিন্সনৰ সিদ্ধান্ত হ'ল ব্ৰাউন-পদ্ধতিটো হ'ল at best an arbitrary one. আমি দেখুৱায়ে আহিছো, সেই পদ্ধতিক আংশিকভাৱে পুৰণি বৰ্ণবিন্যাসে আৰু বেছিৰ ভাগ অসমীয়া কথন-ৰীতিয়ে সমৰ্থন কৰে; সি arbitrary মাথোন মানীকৰণত, কাৰণ সকলো মানীকৰণেই arbitration. ৰবিন্সনৰ মতলবী ওকালতি ধৰা পৰে যেতিয়া তেওঁ কয়, ব্ৰাউনৰ ৰীতি পৰিহাৰ কৰি the conventional system of the Bengali ল'লেই লেঠা মৰে, কাৰণ তেতিয়া the differences between the two languages vanish away !! এ. প্ৰ. বি. !!! ব্ৰাউন পদ্ধতি phonetical হওক বা নহওক, ৰবিন্সনে ক'বৰ দৰে সিযে much better corresponds with the actual pronunciation of the people than any other system, সেইটো ঠিক কথা। তাৰ মূল নীতিয়েই হ'ল যে এটা ভাষাক আন এটা ভাষাৰে সনা-পিটিকা কৰিব নালাগে, সি শুদ্ধ (সুদা) নিজ ৰূপতে প্ৰকট হ'ব লাগে: "ভাসা হলে সুদা ভাসা হ্ব লাগে। ··· ভাসা লিখোঁতে, আখৰৰ জিমান জাতি, তিমানহে লিখিব লাগে; একে জাতিৰ দুই তিনি প্ৰকাৰৰ সকাম নাই" (না= নাথান ব্ৰাউন, অৰুনোদই, এপ্ৰিল ১৮৫৪)। এইটি সুস্থ দৃষ্টিভংগিয়েই আছিল।

৩. নব্য ৰীতি: The educated natives of Assam-অৰ দ্বাৰা নতুনকৈ প্ৰস্তাৱিত বৰ্ণবিন্যাস-পদ্ধতি পুৰণি অসমীয়া ৰীতি আৰু জাদুৰাম-ব্ৰাউন ৰীতি, দুইটাৰপৰা আঁতৰ। ব্ৰাউনে এই পদ্ধতিক 'সংস্কৃত আৰু বঙ্গালিৰে মিহলি' বুলি বুজিছিল। প্ৰকৃততে, কেৰিৰ অসমীয়া "ধৰ্ম্মপুস্তক"তে ইয়াৰ আৰম্ভণি বঙলা "ধৰ্ম্মপুস্তক"ৰ আঁহিত। "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী"ত ডিম্বেশ্বৰ নেওগে ঠিকেই লিখিছে, "শ্ৰীৰামপুৰ মিশ্যনেৰী আদিয়ে ছপোৱা পোনৰ অসমীয়া কাকতে-পুথিয়ে বৰ্ত্তমান প্ৰচলিত আখৰ-জোটনিয়েই চলিছিল: পিছতহে [জাদুৰাম] বৰুৱাদেৱৰ আঁহি অনুসৰি সদায়েই আখৰ-জোটনিৰ সৰলতাৰ পক্ষপাতী পাদ্ৰীসকলে অসমীয়াত সেইদৰে মোট সলাইছিল।" ৰবিন্সন ছাহাবেও সেই ৰীতিক Dr Carey's ridge pole-অৰ বঢ়া ভাগহে বুলিছে। এইভাৱে চালে এই নব্য ৰীতি শ্ৰীৰামপুৰীয়া পাদুৰি পদ্ধতিহে। ৰবিন্সন ইয়াৰেহে পক্ষপাতী আছিল। কাৰণ তেৱোঁ মূলতে শ্ৰীৰামপুৰীয়া পাদুৰি। তেওঁ টনা-আঁজোৰা লগাইছিল, অসমীয়াত ব্ৰাউন পদ্ধতি এৰি কৰিব লাগে the conventional system of the Bengali অৱলম্বন-- যিটো শ্ৰীৰামপুৰীয়া "ধৰ্ম্মপুস্তক" আৰু আন কাকত-পুথিত কৰা হৈছিলেই। এতিয়া, নতুনকৈ অসমীয়া পুথি লিখি ছপা কৰা অসমীয়া নব্য শিক্ষিত কেইজনমানে তেওঁলোকৰ কিতাপত সেই নব্য পদ্ধতিকে গ্ৰহণ কৰিলে। সেই কথাকে কওঁতে ৰবিন্সনে কৈছে বোলে সেই শিক্ষিত স্থানীয়সকলে—they punctiliously adhere to the same system of spelling employed in every other cognate of Sanskrit. কেৰিৰ অনুবাদ আঁচনিত সোমোৱা বঙলা, ওড়িয়া, মৈথিল, মৰাঠী আদি সকলোতে এইভাৱে সাৰ্থকভাৱে-অসাৰ্থকভাৱে সংস্কৃতৰ বৰ্ণবিন্যাসৰ ছাঁ ঘনকৈ পেলাই দিয়া হৈছিল। কেৰিতো নিজেই সংস্কৃতৰ অধ্যাপক আছিল। ১৮৫৪ৰ এপ্ৰিলৰ সংখ্যা "অৰুনোদই"ত সংস্কৃতীয়া আখৰ-জোটনিৰ পক্ষপাতী মতবাদৰ আভাস দিয়া হৈছিল Style and mode of spelling শীৰ্ষেৰে সম্পাদকীয় লেখাত। কোৱা হৈছে যে "অৰুনোদই"ৰ কোনো পাঠকে 'সংস্কৃত আৰু বঙ্গালিৰে মিহলি কথা লিখিচে; আৰু সংস্কৃতৰ মাত লিখাৰ দৰে দিৰ্ঘ ঈকাৰ উকাৰ আদিৰে ভাসাৰ মাতো লিখিব দিচে"। সন্দেহ নাই যে পত্ৰ-লেখক নব্য বৰ্ণবিন্যাসৰীতিৰ কোনোবাজন ধাৰক। তেনে ধাৰকসকলৰ মাজত ব্ৰাউন-

ব্রন্সনৰ দৰে ভাষাতাত্ত্বিক নাছিল। তেওঁলোকৰ যুক্তিও সেই দেখি ভাষাতাত্ত্বিক যুক্তি নহয়। তেওঁলোকৰ মতবাদৰ আভাস ব্রন্সনে (১৮৫৮) কিছুমান দিছে—(১) অসমীয়া ভাষা হ'ল a cognate of the Sanskrit, the orthography of which has been settled for 3000 years. (২) পাদুৰি জোঁটনি হ'ল offensive to their taste. (৩) পাদুৰি বৰ্ণবিন্যাস হ'ল contrary to that correct mode used in their Shasters. Shasters মানে নিশ্চয় সংস্কৃত শাস্ত্ৰহে, পুৰণি অসমীয়া পুথি কেতিয়াও নহয়, কাৰণ পিছৰবিধতহে correct mode ক'ত আছে? (৪) নব্য ৰীতিবাদীৰ শৰণ্য হ'ল the same system of spelling employed in every other cognate of Sanskrit. অসমীয়া ভাষাৰ নিজস্ব ৰূপ, ধ্বনিতত্ত্ব তেওঁলোকৰ বিচাৰ্য নাছিল।

একো আচৰিত কথা নহয় যে মহাপৰাক্রমী ছপাকাৰৰ লগত লগা ভাষা-বণখন জিকাৰ কৌশল-ৰূপে, প্রভাৱশালী স্থানীয় শিক্ষিতসকলৰ লগতো মিলি থাকিবৰ অৰ্থে, অসমীয়া পক্ষৰ কেম্পত্রয়ে তথিয়া-তথি নাই, তাকে আনক দেখুৱাবলৈ বুলিও ব্রন্সনে ব্রাউন-নীতি-পৰিহাৰৰ পৰামৰ্শ দিছিল, বাইবেলৰ জতুৱা ভাঙনিতো শ্রীৰামপুৰীয়া ৰীতি ল'বলৈ স্বয়ং ব্রাউনকে উপদেশ দিছিল। কিন্তু তেওঁৰ অভিধানে যাতে ভাষাৰ বাস্তৱ ৰূপটোহে দেখুৱায়, তাৰ ৰীতি ব্রন্সনে পূৰ্বৰ দৰেই ৰাখিলে।

**কূট-চিহ্ন ঃ**

লেখাৰ মাজত উচ্চাৰণ আৰু বিৰাম শাসন কৰিবলৈ পুৰণি সাহিত্যত (পদ্য, গদ্য উভয়তে) মাথোন কলোন আৰু দাঁড়ি ব্যৱহৃত হৈছিল। পদ্যৰ আৰু গদ্যবো মাজৰ বিৰামবোৰত দুটা ফুটৰ কলোনৰ (ঃ) প্রয়োগ হয়; "গুৰুচৰিতকথা"ৰ মূল পুথিত ক'তো ক'তো তিনিটা ফুটৰ কলোন চিন দিয়া দেখা যায়। পদ্যৰ পুথিত প্রতি প্রথম শাৰীৰ অন্তত এডাল আৰু দ্বিতীয় শাৰীত দুডাল দাঁড়ি বহে। "গুৰুচৰিতকথা"ত প্রশ্নবোধক বাক্যৰ অন্তত দুডলীয়া দাঁড়ি (সকলো ঠাইতে অৱশ্যে নহয়) লক্ষ্য কৰা যায়। পাছিমৰপৰা ছপাখানা অহাৰ লগে লগে পাছিমীয়া কূট-চিনবোৰৰ প্রয়োগো আহে। নৱেম্বৰ ১৮৫৩ সংখ্যা "অৰুনোদই"ত পূৰ্ণানন্দ শৰ্মাৰ এই-বিষয়ক লেখাটি ('ভাল ৰূপে কাকত পৰ্হাৰ নিয়ম') মনোযোগ দি পঢ়িব লগীয়া। তাত একমাত্র যতি বা comma, দ্বিমাত্র যতি বা semicolon, ছেদ বা period (দাঁড়ি) আৰু পদ্য-গদ্য উভয়ৰ বাবে পূৰ্ণ ছেদ বা double period (দুডাল দাঁড়ি), প্রশ্নার্থ মাত্র বা interrogation (প্রশ্নবোধক চিন), আবেগ মাত্র বা exclamation (!), প্রক্ষেপ-চিন বা quotation (উৰ্ধ্ব কমা), সাংযুক্তিক চিন বা hyphen, আৰু দ্বিধনু-ৰেখা বা parenthesis (আচলতে সৰু বন্ধনী)—এইবোৰৰ পৰিচয় আৰু ব্যৱহাৰ দেখুওৱা হৈছে।

**সাহিত্য-শ্রী ঃ অতীত-ৰোমন্থন ঃ ধৰ্মপুস্তকৰ পুনঃকথন ঃ**

"অৰুনোদয়ে" কেনেকৈ অসমৰ অতীত উম্ঘাটন কৰাৰ পথ নিকাইছিল, সেই কথা আমি আগতে কৈ আহিছো। মাৰ্চ ১৮৫০ সংখ্যাত ন.ল.ফ.-ই "দিগ্‌দৰ্শন"ৰপৰা 'হিন্দুস্থানৰ বুৰঞ্জি' বিৱৰিবলৈ আৰম্ভ কৰে। 'গজনিনৰ বাদস্যা মহমদৰ দোআৰাই জই কৰাৰ পৰা মচলমান লোকে ৰাজ্য নষ্ট কৰি ইংলেণ্ডীয়া-বিলাকৰ ৰাজ্য থাপন হোআলৈকে হিন্দুস্থানৰ বুৰঞ্জি ইয়াত আৰু পাচতো লিখা যাব।'—এই প্রস্তাৱ কৰি গজনিৰ ছবুক্তাগিনৰ কথা, তেওঁৰ পুত্র মহম্মদৰ সাতটা ভাৰত-অভিযানৰ কথা বৰ্ণনা কৰা হয়। এপ্রিল সংখ্যাত তেওঁৰ দ্বাদশ অভিযান বৰ্ণনা দি দ্বিতীয় মহম্মদ আৰু তৃতীয় ৰজা মছউদ, আৰু দ্বিতীয় মহম্মদৰ পুনঃ ৰাজ্যপ্রাপ্তিৰ কথা, সেই সংখ্যাত গজনিৰ চতুৰ্দশ ৰজা দ্বিতীয় খোস্রোলৈকে, আৰু জুনৰ সংখ্যাত মহম্মদ ঘোৰী আদি গোৰৰ ৰজাবিলাকৰ বিৱৰণ আৰম্ভ কৰি পিছৰ মাহত জঙ্গিছ খাঁৰ বিৰাট অভিযান আৰু চৰিত্রত "হিন্দুস্থানৰ বুৰঞ্জি" সদ্যহঁতে সামৰণি হৈছে। পুনৰ ১৮৫৪ৰ ফেব্রুআৰিত ন.ল.ফ.-ই পাঠান বুৰঞ্জী ক'বলৈ ধৰি আৰাম শ্বাহ, ইলতমছ, ফিৰোজ, ছুলতানা ৰেজিয়া, দ্বিতীয় বহৰাম, চতুৰ্থ মছউদ, নছৰ উদ্দিন, ছুলতান বালিন, কৈকোবাদৰ বিৱৰণলৈকে আগস্ট মাহ পৰ্যন্ত বৰ্ণনা কৰা হ'ল। ইফালে একেজন লেখকেই সেই ১৮৫৪ত মোগলৰ 'মহা তিমুৰ বেগৰ আখ্যান', জুনত 'বাবৰ বাদস্যাৰ বিৱৰণ', জুলাইত 'হুমায়ুন বাদস্যাৰ বিৱৰণ', আগস্টত 'আকবৰ বাদস্যাৰ কথা', ছেপ্টেম্বৰত 'জেহাংগিৰ বাদস্যাৰ বিৱৰণ', অক্টোবৰত 'আওৰংজেবৰ

বিবৰন' লেখে আৰু এইদৰে ভাৰতৰ মুছলিম যুগৰ ইতিহাসৰ জ্ঞান পাঠকসকলক দিয়ে।

খ্ৰীস্টিয়ান ধৰ্ম-জগতৰ ইতিহাস দিবৰ বাবে নানাজনে যত্ন কৰে "অৰুনোদই"ৰ বিবিধ বছৰবোৰত। ... 'পিৰ্থিৱিৰ পূৰ্ব্বকালিয় ইতিহাসৰ সংখেপ বিবৰণ' দিবলৈ আৰম্ভ কৰি আগস্ট ১৮৪৬ত পৃথিৱীৰ বয়স ...জোৰ হৈছিল বুলি নিৰ্ণয় কৰিছে; 'প্ৰথম ভাগ সৃজাৰ পৰা জলপ্লাবনলৈকে সোল স চাপন বচৰ। দুতিয় ...লপ্লাবনৰ পৰা খ্ৰিষ্টৰ জনমলৈকে তেইচ স আঠ চলিচ বচৰ। ত্ৰিতিয় খ্ৰিষ্টৰ সময়ৰে পৰা আজিলৈকে অঠৰ স চই চলিচ বচৰ।' পোনতে বাইবেল অনুসৰি সৃষ্টিৰপৰা জলপ্লাৱনৰ পিছত বাবেল নামৰ ঘৰত পৃথিৱীৰ লোকৰ কাৰো কথা কোনেও বুজ নোপোৱা হোৱালৈকে (From the Creation to the Confusion of Tongues) কাহিনী কোৱা হৈছে। ইয়াৰ পিছত ম.ই ক্ৰমে মিছৰ দেশ (অক্টোবৰ ১৮৪৬), য়িহুদি জাতি, মাদিয়া আৰু পাৰ্চিৰ ৰাজ্য (নৱেম্বৰ ১৮৪৬), গ্ৰীচ দেশ আৰু ৰোমৰ ৰাজ্য (ডিচেম্বৰ ১৮৪৬) বুৰঞ্জী কৈছে; আন কোনো এজন লেখকে (*) সুঁৱৰিছে বেবিলনৰ অতীতত বিলীন গৌৰৱৰ কথা। ম.ফ.ক./ম.ফ.ক্ৰ.ই কন্স্টাটাইনৰপৰা পোপ সপ্তম গ্ৰেগৰিলৈকে 'ৰুমিয়া ৰজাবিলাকৰ আখ্যান' বিবৰিছে (চেপ্তেম্বৰ ১৮৫২, এপ্ৰিল ১৮৫৩)।

খ্ৰীস্টধৰ্মৰ কাহিনী ন.ল./ন.ল.ফ. ই এক নিজা ক্ৰমত কৈছে। তেওঁ পোনতে (জুলাই ১৮৪৬) 'দানিএল ভবিস্যত বক্তাৰ বিবৰন' (Old Testament, The Book of Daniel-অৰ অতি সংক্ষেপীকৰণেৰে)। খ্ৰীস্টৰ বাৰজন বিখ্যাত পাঁচনিৰ (Apostles) পিছত অহা কীৰ্তিমান অন্যতম এজন পোলৰ জীৱনী নিধি লিবায়ে নিউ টেস্টামেন্টৰপৰা (The Acts of the Apostles) বিস্তৃতভাৱে বৰ্ণনা কৰে—১৮৪৭ অক্টোবৰ-নৱেম্বৰত 'পোল পাঁচনিৰ বিবৰন' (Conversion of the Apostle Paul, Acts, 9.3-19, 21, 22), ১৮৫১ অক্টোবৰত পুনৰ 'পোল পাঁচনিৰ বিবৰন' (Early life, Conversion) (Acts, 8, 9, 22ৰ অংশবিশেষ, Paul's Letter to the Galatians, 1.11-17 ইত্যাদি), নৱেম্বৰত 'য়িৰুচালমলৈ পোলৰ প্ৰথম জাত্ৰা'' (Gal., 1.9, Acts, 22. 17-21), যিৰুচালমলৈ পোলৰ দুতিয় জাত্ৰা' (Acts, 15.2), 'পোলৰ প্ৰথম মিস্যনেৰি জাত্ৰা' (Act, 13, 14), 'য়িৰুচালমলৈ পোলৰ ত্ৰিতিয় জাত্ৰা' (Acts, 15.1-35), 'পোলৰ দুতিয় মিস্যনেৰি জাত্ৰা' (Acts, 15.36-41, 16, 17, 18.1-22, Paul's First Letter to Thessalonians, 3.1-32, ...to Corinthians, 8.1-5), 'পোলৰ ত্ৰিতিয় মিস্যনেৰি জাত্ৰা, (Acts, 18.23-28, 19, 20.1-16), ডিচেম্বৰত 'য়িৰুচালমলৈ পোলৰ সেস জাত্ৰা' (Acts 21-26) 'ৰোম নগৰলৈ পোলৰ প্ৰথম জাত্ৰা' (Acts, 27.1-28). 'পোল বন্দিসালৰ পৰা মুকলি হোআ' (Paul's Letter to the Colossians,...to Philemon,...to Philippians), 'ৰোম নগৰলৈ পোলৰ দুতিয় জাত্ৰা' (Paul's Second Letter to Timothy)। পোলৰ কথা লিখাৰ লগে লগে বাইবেলৰ সৃষ্টি-খণ্ডৰপৰা (Old Testament, Genesis) ফাৰোৱেলে খ্ৰীস্ট-জন্মৰ পূৰ্বৰ কাহিনী উলিয়াবলৈ আৰম্ভ কৰে—১৮৪৭ৰ অক্টোবৰ-নৱেম্বৰত 'পৰম ঈশ্বৰে সৃষ্টি কৰাৰ কথা' (Account of the Creation, and the Fall of Man), ১৮৪৮ জানোআৰি-ফেব্ৰোআৰিত 'জলাপ্লাৱনৰ কথা' (Account of Deluge), ১৮৪৯ মাৰ্চত 'আব্ৰাহামৰ বিবৰন', জুলাইত 'ইচাকৰ বিবৰন,' অক্টোবৰত 'য়াকোবৰ বিবৰন', আৰু নৱেম্বৰ-ডিচেম্বৰ আৰু ১৮৫০ জানুআৰি-ফেবৰুআৰিত 'য়োচেফৰ বিবৰন'; ১৮৫৪ৰ ফেবৰুআৰিত Exodus-অৰপৰা লিখে 'মোচাৰ বিবৰন' (Account of Moses)।

খ্ৰীস্টধৰ্মৰ শ্বহিদ বা 'য়িচু খ্ৰিষ্টৰ পাচে জিবিলাক মাৰ্তৰ অৰ্থাত ধৰমৰ সাথি খ্ৰিস্টৰ নামৰ নিমিত্তে মৰনৰ দুখ ভোগ পালে', সিবিলাকৰ মাজত তিনিজনৰ চৰিত চমুকৈ কীৰ্তন কৰা হৈছে—স্টিফেন (ফেব্ৰোআৰি ১৮৪৬), পলিকাৰ্প (মাৰ্চ), ইগ্‌নেটিয় (মেই)।

ৰ.-এ *Line upon Line*অৰপৰা (?) আধ্যা (lessons) ভাগ কৰি কৰি 'পুৰ্ব কালৰ ইতিহাস' ৰচনা কৰে: প্ৰথম আধ্যা—'স্ৰিষ্টি কৰাৰ বিবৰন' (আগস্ট ১৮৫১), [আধ্যা ২-]'-আদমে পাপ কৰা' (জানুআৰি ১৮৫২), ৩—'কইন আৰু হেবেলৰ কথা' (ফেবৰুআৰি ১৮৫২), ৪—জলপ্লাবন (মাৰ্চ),

৫—'আব্রাহামলৈ অঙ্গিকাৰ কৰা দেস' (এপ্রিল), ৬—'আব্রাহামলৈ অঙ্গিকাৰ কৰা পুত্র' (মেই), ৭—'আব্রাহাম নাইবা প্রেমৰ পৰিখা' (জুন), ৮—'য়াকোবে দেখা স্বৰ্গিয় সপোন' (জুলাই), ৯—'যাকোবৰ বহু দিনিয়া জাত্রা' (আগষ্ট), ১০—'য়াকোব নাইবা গোট খোআ' (চেপ্তেম্বৰ), ১১—'য়োচেফক গাঁতত থোআৰ কথা' (অক্টোবৰ), ১২—'য়োচেফ বন্দি হোআৰ কথা' (Joseph a Slave, নৱেম্বৰ), ১৩—'য়োচেফ বন্দি হোআৰ কথা' (Joseph a Prisoner ডিচেম্বৰ), ১৪—'য়োচেফ, আৰু ৰজাৰ বাটি লোআ আৰু চাঙ্গমাই (Joseph, or the Butler and Baker, জানুআৰি ১৮৫০), ১৫—'য়োচেফ বন্দিসালৰ পৰা মুকলি হোআ' (এপ্রিল), ১৬—'য়োচেফ মিচৰ দেসৰ অধিকাৰ হোআ' (মেই), ১৭—'য়োচেফ, নতু ভোজৰ কথা' (জুন), ১৮—'য়োচেফ নতু খেমাৱন্ত ভায়েক' (আগষ্ট), ১৯—'য়োচেফ, নতু হেৰোআ পুত্র' (চেপ্তেম্বৰ)। বু.-এ কোৱা এই সকলোখিনি কাহিনী ঘাইকৈ Genesis-অৰ অন্তর্গত। তেওঁ ১৮৫৪ ডিচেম্বৰত 'মোচা নতু গোগোলৰ জ'পা' (Moses in the bulrushes) শীর্ষেৰে মোছাৰ জন্ম-কাহিনীটি বর্ণায় Exodus-অৰপৰা। ১৮৫৪ নৱেম্বৰত ন.ল.ফ.ই 'খ্রিষ্টৰ পাঁচনিবিলাকৰ সংখেপ বিবৰন' দিয়ে। ১৮৫৩ ফেবৰুআৰিত নাম নোহোৱাকৈ পিটাৰ পাঁচনি আৰু কর্নেলিয়াছৰ কথা বর্ণিত (Acts, 10) হয়। Old Testament-অত বর্ণিত য়িহোৱাৰ ভৱিষ্যদ্বক্তা এলিয়া বাল দেৱতাৰ ভৱিষ্যদ্বক্তাৰ কথা (1 Kings, 18) আৰু এলিয়াক স্বৰ্গলৈ নিয়াৰ কথাও (2 Kings, 2) লেখকসকলৰ প্রিয় বিষয় (জুন-জুলাই ১৮৪৮, জুলাই ১৮৫৬)।

"উপদেশক"ৰপৰা সন্নিৱিষ্ট ইউৰোপত খ্রীস্টধর্মৰ ইতিহাস (ফেব্রোআৰি-মার্চ ১৮৪৭) এটি ভাল লেখা। 'ধৰমৰ কথা বাত্রা'-শীর্ষক খবৰৰ শুভত সদায় সেই ধর্মৰ সাময়িক বতৰা দিয়া হৈছিল।

**জাত্রিকৰ জাত্রা :**

বর্মাৰ মৌলমেইন বা অন্ধৰ নীলূৰ, য'লৈকে বেপ্টিস্টসকল গৈছিল ত'তে বাইবেলৰ অনুবাদৰ লগতে নিজৰ ধর্মমতৰ কাৰণে বাৰ বছৰ বন্দীশালত দুখ ভোগ কৰা (অৰুনোদই, জুলাই ১৮৫৩) জন্ বানিয়ানৰ *Pilgrim's Progress*-অৰ ভাঙনি স্থানীয় ভাষাত প্রস্তুত কৰা হৈছিল। অসমৰ বেপ্টিস্ট-সকলেও ১৮৪৮ নৱেম্বৰৰ সংখ্যা কাকতত সেই উপন্যাসৰ প্রথম আধ্যাৰ এক খণ্ডৰ অসমীয়া ৰূপ প্রকাশ কৰিছিল। কিন্তু কামটো কিছু দিন পৰি থকাৰ পিছত ১৮৫১ জানুআৰিত পুনৰ সেই আধ্যা পূৰা কৰি ছপাই ক্রমিকভাৱে ফেবৰুআৰি, মার্চ, মেই, জুলাই, আগস্ট, ১৮৫২ মার্চ, এপ্রিল, মেই, ১৮৫৪ জানুআৰি, মার্চ, এপ্রিল, মেই, জুন, জুলাই, আগস্ট, চেপ্তেম্বৰ, আৰু অক্টোবৰৰ "জাত্রিকৰ জাত্রা" উলিওৱা হয় আৰু ই পিছত কিতাপ আকাৰেও ওলায়। অনুবাদকৰ নাম নথকাত ধাৰণা হয় "অৰুনোদই"ৰ প্রথম সম্পাদক দুজনেই (ব্রাউন, ডেনফোর্থ)-তাক ভাঙি উলিয়াইছিল।

**কথা আৰু কাহিনী :**

"অৰুনোদই"ৰ এটি সৰাতো-মনোৰম অংশ হ'ল দেশ-বিদেশৰ সংগৃহীত ঐতিহাসিক-অনৈতিহাসিক সৰু-সৰু আখ্যানবিলাক (fable, parable আদি)। ইয়াৰ বহুতোবোৰ ইতিমধ্যে আমাৰ জাতীয় সম্পত্তি হৈ পৰিছে। তাৰে কেইটিমান হ'ল পঞ্চতন্ত্র-হিতোপদেশ-জাতীয় ভাৰতীয় সাধু। 'কুপোৰে মাখি মৌৰে দ্রিষ্টান্ত' (Fable of the Dove and the Bee, জুলাই ১৮৪৮, পুনঃকথিত জানুআৰি ১৮৫০), 'কুপোৰে এন্দুৰে কথা' (জুলাই ১৮৪৮), সিংহৰ লগত কৰটক, দমনক দুই শিয়ালৰ 'ইষ্ট ভেদ কৰা কথা', 'সিংহৰ কথা', 'মেকুৰিএ চৰাই পোআলি খোআৰ কথা' (জুলাই ১৮৪৮), আৰু 'এটা চিকাৰি আৰু সিয়াল' (বিখ্যাত 'অদ্য ভক্ষ্যো ধনুর্গুণঃ'ৰ কথা, ফেবৰুআৰি ১৮৫০)। Old Testament-অৰপৰা 'গিয়ানৱন্ত ৰজাৰ সোধ' (Solomon's Decision, এপ্রিল ১৮৪৯, The First Book of Kings, 3.16-28), New Testament-অৰপৰা যীশু খ্রীস্টই সৰোবৰৰ ভয়াবহ ধুমুহা শান্ত কৰা কথা (মার্চ ১৮৪৮, Matthew, 8.23-27 ; Mark, 4.35-41 ; Luke, 8.22-25), 'ধনৱন্ত আৰু কঙ্গাল মানুহৰ দ্রিষ্টান্ত' (The Rich Man and Lazarus, মেই ১৮৪৮, Luke, 16.19-31)—এই-কেইটি কাহিনী কোৱা হৈছে। 'আপোন মিতিৰবিলাকৰ নিমিত্তে' আনৰ হাতত মৰা 'ৰোমিয়া দেসৰ একজন প্রধান সেনাপতি' ৰেগুলাছ আৰু 'সত্রুবিলাকৰ নিমিত্তে প্রান এৰা' যীশুৰ মৃত্যুৰ তুলনাৰে 'ৰেগুলচ আৰু খ্রিস্টৰ

মৰন' ৰচিত হৈছে (ফেব্ৰোআৰি ১৮৪৭, Matthew, 13.1-9 ; Mark, 4.1-9 ; Luke, 8.4-8)। সৰ্বসাধাৰণে বুজিব পৰাকৈ খ্ৰীস্টই কোৱা দৃষ্টান্তবোৰৰ (parable : শিষ্যসকলৰ আগত মহাপুৰুষে কোৱা কথা–'The knowledge of the secrets of the Kingdom of God has been given to you, but to the rest it comes by means of parables, so that they may look but not see, and listen but not understand.' Luke 8.10) ভিতৰত 'খেতিয়কৰ দ্ৰিষ্টান্ত' (The Parable of the Sower, মেই ১৮৪৭ ; Matthew, 13.1-9 ; Mark 4.1-9 ; Luke, 8.4-8) "অৰুনোদয়ে" পাঠকসকলৰ আগত বিৱৰিছে। অসমীয়া পাঠকৰ নিশ্চয় মনত পৰিব, মহাপুৰুষ মাধৱদেৱে কেনেকৈ এই দৃষ্টান্ত ভক্তি বুজাবৰ বাবে ব্যৱহাৰ কৰিছিল আৰু লগতে 'কিখিথি কৰ আলো মনাই' গীতটি ৰচিছিল ("গুৰুচৰিতকথা", ছেদ ৫০০)। 'অকাৰ্জত ধন ভঙ্গা পুতেকৰ দ্ৰিষ্টান্ত' (Parable of the Prodigal Son, আগষ্ট ১৮৪৮, Luke, 15.11-32) বিশেষকৈ ছাৰ জৰ্জ আব্ৰাহাম গ্ৰিয়াৰ্ছনৰ *Linguistic Survey of India*-ত ব্যৱহাৰৰ যোগেই সকলোৰে মাজত বিয়পি পৰিছে। ইছপৰ উপকথাও (fable) "অৰুনোদই"ৰ সাধু কওঁতাই কামত লগাইছে–'বাপেক, পুতেক, আৰু গাধ' (আগষ্ট ১৮৪৬), 'বাঘৰে মেৰ পোআলিৰে দ্ৰিষ্টান্ত' (ডিচেম্বৰ ১৮৪৬), 'খেঁক সিয়ালৰে লতাপনিয়লৰ কথা', 'কাউৰিৰে খেকসিয়ালৰে কথা', (আগষ্ট ১৮৪৮), 'কাউৰিৰে মেৰ চাগলিৰে কথা' (চেপ্তেম্বৰ ১৮৪৮), 'সোনৰ কনি পৰা হাঁহৰ পটন্তৰ' (নৱেম্বৰ ১৮৫০)। কিছুমান এনে ক্ষুদ্ৰ আখ্যান কোনো দেশ, কোনো লেখক বা নায়ক, ইতিহাসৰ পুৰুষ আদিৰ লগত সংশ্লিষ্ট–হোমাৰৰ 'ইলিয়াড্' মহাকাব্যৰপৰা 'ট্ৰোআ নগৰৰ কাঠৰ ঘোঁৰা' (জানোআৰি ১৮৪৮), ছিৰাকিউছ দেশৰ দিয়নুছি বাদশ্বাৰ দিনৰ 'অতি প্ৰিয় দুজন মিতিৰ' (Damon and Pythias, নৱেম্বৰ ১৮৪৭), ৰোমান সাম্ৰাজ্যৰ 'প্ৰাঙ্গকচ আৰু তেওঁৰ দাস সকলৰ কথা' (Plancus and his Slaves, ফেবৰুআৰি ১৮৫০), ফ্ৰান্স দেশৰ 'মৰিচ আৰু জেনেৰিবৰ কথা' (ফেবৰুআৰি ১৮৫০) আৰু 'এক বুধিয়ক কুকুৰৰ কথা' (নৱেম্বৰ ১৮৫৩), জাৰ্মানিৰপৰা 'জৰ্মানি দেসৰ এক সাধু কথা' (A German Fable, মাৰ্চ ১৮৫৩), তাতাৰ দেশৰপৰা 'এজন বাদস্যা আৰু দৰবেচ ফকিৰ' (জানুআৰি ১৮৫৪), ইংলেণ্ডৰ 'মৰমিয়াল কুকুৰ' (জুলাই ১৮৫৩), আমেৰিকাৰ খ্যাতিমন্ত জৰ্জ ৱাশ্বিংটনৰ কথাৰে 'মিচা কথাত ভই পোআ এক সৰু লৰাৰ কথা' (মাৰ্চ ১৮৫৩) 'বৰি নামে এটা সাহসিক কুকুৰৰ আখ্যান' (অক্টোবৰ ১৮৫৩), *Missionary Repository* সম্বাদপত্ৰৰ-(১৮৪২)পৰা লোৱা দক্ষিণ আফ্ৰিকাৰ বেচুৱানা দেশৰ সঁচা ঘটনা 'মৈদামত জিআই থোআ এটি কেঁচুআ চোআলিৰ কথা' (এপ্ৰিল ১৮৫২) আৰু তাৰ পিছৰ কথাৰে মৰ্মস্পৰ্শী 'মোৰ আই' (ফেবৰুআৰি ১৮৫৩) আৰু ৰোমান ৰমুলাছ আৰু ৰেমাছৰ লগত তুলনীয় ভাৰতৰ অযোধ্যা প্ৰদেশৰ সঁচা ঘটনা 'বাঙ্গ কুকুৰৰ অদ্ভুত কথা' (এপ্ৰিল ১৮৫২)। কিছুমান উপকথা দেশে দেশে ওপঙি ফুৰোঁতে অনেক ভাষাই তাক দাবী কৰি নিজৰ কৰে। 'টেঙ্গৰ জালোআইৰ কথা' (মাৰ্চ ১৮৪১), 'সাথিৰ নিমিত্তে গচ মতোআৰ কথা' (জুলাই ১৮৪১), 'ৰজাৰ মুখ দেখাৰ ফল' (জানুআৰি ১৮৫৪) –এনেবোৰ সাধুৰ 'মোটিফ্' ৰাজা বীৰবলৰ নামৰ লগত জড়িত গল্পৰে মিলে। 'বৰথুনৰ কথা' আৰু 'প্ৰিথিৱি আৰু তাৰ সন্তানবিলাকৰ দ্ৰিষ্টান্ত' বস্তুবৈজ্ঞানিক তথ্য মিঠাকৈ বুজাবৰ যত্ন। 'লোভিৰ ফল' (অক্টোবৰ ১৮৪৭), 'গিয়ানিৰে মুৰ্খৰে কথা' (মাৰ্চ ১৮৪৯), 'মানিক পোআ দুই ভায়েকৰ কথা', 'দুটা ইষ্ট মানুহৰ কথা' (এপ্ৰিল ১৮৪৯), 'গুপুত ধন' (চেপ্তেম্বৰ ১৮৪৯), 'মচলমানৰে চাগলিৰে কথা' (জানুআৰি ১৮৫০), 'বকৰে সামুক ভঙ্গাৰে সাধু কথা' (Fable of the Heron and the Flamingo, নৱেম্বৰ ১৮৫২), 'চুৰ কৰিবলৈ ভই কৰা এক সৰু লৰাৰ কথা' (মাৰ্চ ১৮৫৩), 'তিনটা সৰু মাচৰ দ্ৰিষ্টান্তৰ কথা' (জুলাই ১৮৫৩), 'হাঁতি আৰু সিয়ালৰ দ্ৰিষ্টান্ত' (চেপ্তেম্বৰ ১৮৫৩), আৰু 'মিচা কথাৰ বিবৰন' (এপ্ৰিল ১৮৫৪)–এনেবোৰ মনোৰঞ্জক উপকথাই পিছৰ কালৰ আলোচনীৰ পাতৰ চুটি-গল্পৰ যেনে ঠাই "অৰুনোদই"ৰ তেনে থান পুৰাই আছিল। বিভিন্ন স্থানৰপৰা অহা খ্ৰীস্টধৰ্ম-প্ৰচাৰৰ সৰু সৰু কাহিনীয়েও বিশ্বাসীসকলক আনন্দ দান কৰিছিল–বংগৰ 'বাখৰগঞ্জ জিলাৰ উতৰে পচিমৰে চুকে বৰিচালৰ পৰা প্ৰায়ে আঠৈ দিনৰ বাট দূৰত মাদ্ৰা নামেৰে এখন গাঁও'ৰ কথা ই.চু.ব.-ৰ (ইলাইজা ছুইটিন ব্ৰাউন) 'ৰামগতিৰ বিবৰন' (অনুবাদ 'Account

of Rangoon, by Rev. J. C. Page' অৰ, নৱেম্বৰ, ডিচেম্বৰ, ১৮৫০) ; 'দখিন সাগৰৰ এটা মাজুলিত মাহিনা নামে' 'বনুআ গামৰ বিবৰন' (জানুআৰি ১৮৫১) ; 'বিৰভূম জিলাৰ দখিন ফালে অজাই নৈৰ পাৰৰ কোনো এখান সৰু গাঁৱত···হিন্দু কুলৰ খেতিয়ক ডোমৰ ঘৰত জনম পোৱা' এজনৰ ধৰ্ম্ম লোৱা কথা ই.চু.ব.-ৰ 'ধৰমি চহৰিয়া এজনৰ বিবৰন' (ফেবৰুআৰি ১৮৫১) ; C. H.-অৰ 'হলণ্ড দেসৰ গেলৰ্ডন প্ৰদেসৰ এক সৰু গাঁৱ'ৰ 'য়ান হাৰ্মচেন নামেৰে এটা মাউৰা লৰাৰ বিবৰন' (Memoirs of Jan Harmsden, জানুআৰি ১৮৫২); D. ৰ নুইঙলণ্ড আমেৰিকাৰ এটা প্ৰদেসত নিবাস কৰা' 'লিদিয়া ষ্টুৰ্তিবেন্ত, নাইবা আত্মাক নাস কৰা ঠাৱৰ' (Lydia Sturtevent, or the Fatal Resolution, জুন ১৮৫২)।

**প্ৰবন্ধ আৰু ৰচনা ঃ প্ৰৱচন আৰু জীৱন-বৃত্ত ঃ**

কম পৰিসৰৰ আলোচনা, প্ৰবন্ধ বা essay "অৰুনোদই"ৰ আলমতে অসমীয়া সাহিত্যত উদ্ভৱ হয়। এনে আলোচনা প্ৰায়ে গহীন ধৰণৰ বা খ্ৰীষ্টধৰ্মৰ মনোভাৱাপন্ন। হিন্দুৰ সংস্কৃত শাস্ত্ৰ আৰু বাইবেলৰ (Revelation 10.5-6) ভাব আনি লেখা 'অনন্ত কাল' (Eternity, এপ্ৰিল ১৮৪৯) এটি কথা-কবিতাৰ লেখীয়া। সেইদৰে 'মিত্যু আহিব' ("Death will come"—Barnes, মেই ১৮৫২) এটি সৰু ধুনীয়া লেখা। তথুণ 'শ্ৰীজুত বাবু আনন্দিৰাম ফুকন কৰ্ত্তৃক ইংলণ্ডৰ বিবৰন' (এপ্ৰেল ১৮৪৭) জ্ঞান আৰু অনুভূতিৰ পূৰ্ণ ৰচনা—যেনেকৈ ধুনীয়া ধুনীয়া হ'ল শিশুৰ বাবে লেখা তেওঁৰ "অসমিয়া লৰাৰ মিত্ৰ"ৰ ৰচনাখিনি। বেণুধৰ শৰ্মাই ক'বৰ দৰে ("ফুল-চন্দন") এইবোৰ পোনে পোনে "অৰুনোদই"ত ওলোৱা নাছিল। অৱোবৰ ১৮৪৯-ত ফুকনৰ পুথিখনিৰ এটি প্ৰশংসাসূচক জাননী (literary notice) ওলায় আৰু কিতাপৰ দুতিয় ভাগৰপৰা 'বিদ্যা সিকিবলৈ উদগোআ কথা' নামৰ লেখাটি তাৰ লগতেই ছপাই দিয়া হয় ; তুপৰি ডেকা আনন্দৰামৰ সুৱলা ৰচনাৰ প্ৰতি লোভ হোৱাত 'কেতিয়াবা···সেই কিতাপৰ পৰা কোনো কথা অৰুনোদই চাপিবৰ" সংকল্পও সম্পাদকে লয়। সেই গতেৰে ফুকনৰ প্ৰকাশিত প্ৰবন্ধ" অৰুনোদই"ৰ ভূষণ হৈ পৰে—'নানা সম্বাদ' (নৱেম্বৰ ১৮৪৯), 'পৰিস্ৰমৰ ফল' (ডিচেম্বৰ), 'ৰাতিৰ বিবৰন' (জানুআৰি ১৮৫১), 'দায়া' (মাৰ্চ), 'অচম দেস সম্ভুএ আক্ৰমন কৰা কথা' (চেপ্তেম্বৰ), 'হিন্দুস্থানৰ নানা প্ৰদেশ', 'ইশ্বৰ তৈওৰ সকলো স্ৰিষ্টিতকৈ গোৰৱন্ত', 'উঁইৰ কথা', 'গিয়ানৰ পুত্ৰ, অৰ্থাত মনুস্য' (অক্টোবৰ ১৮৫২), 'সোনতকৈ জ্ঞান ভাল', 'ইশ্বৰৰ চকু সকলো ঠাইতে আছে' ( নৱেম্বৰ), 'চিঁপিও সেনাপতিৰ চৰিত্ৰৰ কথা' (ডিচেম্বৰ), 'ইশ্বৰৰ আগ্যা' (ফেবৰুআৰি ১৮৫৪), 'নানা ৰচন' (জুন ১৮৫৬)।

বেকনৰ লেখীয়া ৰচনা লিখা হেমচন্দ্ৰৰ প্ৰয়েশো অৰুনোদই"তে। 'অসমিয়া লৰাৰ মিত্ৰ', বঙলা 'চিত্তবিলাসিনি পুথি', ঘোৰা পুথি, 'বাকেমতৰা পখিলা কিতাপ', 'কানীয়া কীৰ্ত্তন' আদিৰ বিষয়ে ওলোৱা কথাখিনিতে আধুনিক সাহিত্য-সমালোচনাৰ আৱৰ্ত্তণি বুলি ক'লে বোধ হয় শুদ্ধ নহ'ব। Anondoram Phukon-অৰ 'ইংৰাজি আৰু অসমিয়া' অভিধান পোনৰ কেইটামান পাত (সেই যি মাথোন আমাৰ হাতত থাকিল।) এই কাকতত নমুনা হিচাপে ওলাইছিল (ডিচেম্বৰ ১৮৫৬)। বিধৱা-বিবাহৰ বিষয়ে আলোচনী-খনৰ ঘোৰোদি প্ৰায় এক অভিযান চলোৱা জি.ৰ.-ৰ (গুণাভিৰাম) 'ৰাম নৱমি নাটকে' ইয়াতে ( মাৰ্চ, জুলাই ১৮৫৮) প্ৰথম ভুমুকি মাৰে। "অৰুনোদই" এক গহীন-গম্ভীৰ ভব্য বস্তু। কিন্তু তাতো হাস্য আৰু বক্ৰোক্তিৰ স্পৰ্শ নোহোৱা নহয়—শ্ৰী শ্ৰী মজুআ কপিবাজ চক্ৰবৰ্ত্তিৰ সম্পাদকলৈ চিঠিত (মেই ১৮৫৪) তাৰ উদাহৰণ। নিধি লিবাইৰ পদ্য 'তিৰ্থৰ বিবৰন', 'তিৰ্থ জাত্ৰা' আৰু গদ্যত লেখা 'তিনিজন ভাইৰ মিস্যনেৰি জাত্ৰা'ৰ বৰ্ণনা আমাৰ ব্যটকটীয়া ভ্ৰমণবৃত্ত।

বাইবেলৰ অন্তৰ্গত নৈতিক আৰু ধৰ্মমূলক শিক্ষাৰ উপদেশেৰে প্ৰৱচনৰ Book of Proverbs-অৰ কথা-বস্তু বিবিধ ৰূপত "অৰুনোদই"ত প্ৰকাশ পাইছিল। এনেবোৰ পিছত পুথি আকাৰতো উলিওৱা হৈছিল। সাধুকথা বা সাঁথৰ (riddle) এটি আমোদদায়ক বস্তু হৈছিল ; তাৰ ভিতৰত 'কাহ কৰি কঙ্কন হৰোজাৰ চল' (নৱেম্বৰ ১৮৪৯) বোধ হয় বঙলাৰ পৰা অনা পদাৰ্থ।

"অৰুণোদই"তে জীৱন-বৃত্তৰো অংকুৰ দেখা পোৱা যায়। ডিমস্থেনিছ (ডিচেম্বৰ ১৮৪১), ডিউক অফ ওএলিংতেন (অক্টোবৰ ১৮৫২), জৰ্জ ওআচিংটন (মাৰ্চ ১৮৫৩), তামচ ক্ৰমুএল (মেই ১৮৫৩), চেৰ চাৰ্লচ নেপিয়ৰ (নৱেম্বৰ ১৮৫৩), জান এলিয়ত (জুন ১৮৫৪) আদিৰ জীৱনৰ আভাস কাকতখনিয়ে দিছিল। ১৮৫৭ৰ ফেব্ৰুআৰিৰপৰা 'মহম্মদৰ জিৱন চৰিত্ৰ' আৰু জুনৰপৰা 'লুথৰৰ জিৱন চৰিত্ৰ' ক্ৰমিকভাৱে ওলাবলৈ ধৰে।

**"খ্ৰীস্টিয়ান গদ্য" ঃ নতুন অসমীয়া কথা-ৰীতি ঃ**

পাদুৰি লেখকসকলৰ ডাঙৰ দান হ'ল সাহিত্যত নতুন ধাৰাৰ কথা বা গদ্যৰ প্ৰৱৰ্তন। তেওঁলোকৰ কথা খ্ৰীস্টান গদ্য নাম দি "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী"-লেখকে কৈছে, "তেওঁলোকে অসমীয়া ভাষা আন্তৰিক যত্ন আৰু হেপাহেৰে শিকিছিল, ইংৰাজীৰ প্ৰতিশব্দৰূপে ভালেখিনি অসমীয়া শব্দ তেওঁলোকে ন-কৈ গঢ়িছিল, আৰু চলন্তি নোহোৱাত মৰিচা পৰা বহুত পুৰণি অসমীয়া শব্দ সুৰলাকৈ ব্যৱহাৰ কৰি চিক্‌চিকীয়া কৰিছিল, ইও সচা ; কিন্তু ইমানৰ উপৰিও, কুৰি পঁচিশ বছৰৰ ভিতৰত এনে এটা আচহুৱা ভাষাৰ জতুৱা ধাঁচ আৰু বাক্য-ৰীতিত সম্পূৰ্ণ অধিকাৰ জন্মা প্ৰায়ে সম্ভৱপৰ নহয়। সেইদেখিয়েই তেওঁলোকৰ অসমীয়া ভাষাত অলপ আচহুৱা গুণ থকা একো ডাঙৰ কথা হ'ব নোৱাৰে।" ইয়াৰ উদাহৰণ দিয়া হৈছে "জাত্ৰিকৰ জাত্ৰা"ৰপৰা। (এই লেখাৰ লেখক কিন্তু ছাহাবেই নে কোনোজন অসমীয়াই, জনা নাযায় ; তদুপৰি "অৰুণোদই"ৰ অসমীয়া লেখকসকলেও ছাহাবৰ আচুহৱা গুণ আহৰণ কৰিছিল।) "এনে ৰচনা নিশ্চয় সহজ অসমীয়া নহয়। এইদৰেই অনেক সময়ত তেওঁলোকে জতুৱা অসমীয়া শব্দ বা খণ্ডবাক্যৰ ব্যৱহাৰত কেনা লগাব পাৰে, বা কোনো অসমীয়া মানুহে তেনেকৈ কথা নকব বা নিলিখিব পাৰে ; কিন্তু সেই সকলোবোৰ ত্ৰুটি লৈও তেওঁলোকৰ অসমীয়া সদায় কেচুৱাৰ ঠুনুক-ঠানাক মাতৰ দৰে মিঠা।" (মিঠা গুণৰ গুণেহে বোধ হয় কেঁচুৱা মাতৰ লগত এই তুলনা, কোন অপূৰ্ণতা দোষৰ বাবে নহয় চাগে।) "বৰ্তমান অসমীয়া সাহিত্যত তেওঁলোকৰ গদ্য-পদ্যৰ সামান্য আঁৰৰ এফেৰিও চেকা বৈ থকা নাই ; কিন্তু তাৰ গুণ অসমীয়া সাহিত্যৰ হাড়ে-হিমজুৰে সোমাই আছে। সেই গুণৰ ভিতৰত তেওঁলোকৰ চুটি অথচ ভাবপূৰ্ণ, আড়ম্বৰহীন, পোনপটীয়া, সৰল বাক্য আদি বিশেষকৈ মনকৰিবলগীয়া। এইখিনি গুণ পোণভাৱে অসমীয়া বুৰঞ্জী গদ্যত সিমান পোৱা নহয়, ই বহুত গুণে ইংৰাজী সাহিত্যৰ দান বুলি ঠাৱৰাব পাৰি।......এই খ্ৰীষ্টান গদ্যই জয়ে জয়ে ভাবৰ বন্ধন গুচাই পূবৰ ভাব-ৰাজ্যৰ কপাট মেলি দি অসমীয়া সাহিত্যৰ মঙ্গলময় ভৱিষ্যত সূচনা কৰিছিল।"

**কবিতাৰ চেৰাশালি ঃ**

"অৰুণোদইৰ ধলফাট"ৰ ভূমিকাত আমি কৰৰ দৰে 'অৰুণোদই'ৰ ফেহুজালিৰ সময়ত আধুনিক অসমীয়া কবিতাই চেৰা-শালিত কিদৰে কান্দিছিল, তাৰ আভাস বৰ কৌতূহলৰ বিষয়। পুৰণি তেতিয়া মৰি গৈছে, কিন্তু নতুনৰ জন্ম এক যন্ত্ৰণা হৈ পৰিছে। কবিতাৰ অনুভূতি আৰু কল্পনা তেতিয়াও বহুত আঁতৰত।" বৈষ্ণৱ কবিতাৰ ভাষা, ছন্দ, আন কি ভাবৰো অনুকৰণ সমূলি ফলপ্ৰদ হৈ উঠা নাছিল। "অৰুণোদই"ত পদ্য লেখাসকলে অধিক সুবিধাজনকভাৱে গদ্যতে তেওঁলোকৰ বক্তব্য দাঙি ধৰিব পাৰিলে-হৈঁতেন। ৰ.ই (ৰাতিৰাম দাস ?) প্ৰথম সংখ্যা কাকততে এই কঠিন কাম আৰম্ভ কৰিছিল। কবিত্ব-প্ৰয়াসীসকলৰ ভাব-অনুভূতি থাকিলেও সি প্ৰকাশৰ পথলৈ নাহিছিল। গদ্য-লেখাৰ দৰে পদ্য-ৰচনাতো নিধি লিবাই ফাৰোৱেল অগ্ৰগণী। তেৱেঁই আটাইতকৈ সৰহ-সংখ্যক পদ্য ৰচিছিল, বৈষ্ণৱ কবিৰ কথা, ভাষা (ঠায়ে ঠায়ে মাধবদেৱ আদিৰ প্ৰতিধ্বনি তেওঁৰ শাৰীত বাজি উঠিছে)। 'নিস্তাৰৰ উপাই', 'ইশ্বৰৰ দসম আগ্যা', 'প্ৰভু যিচু খ্ৰিষ্টৰ অৱতাৰ বিবৰন', 'নৰকৰ বিবৰন', 'স্বৰগৰ বিবৰণ', 'বিনই বচন' (ফেব্ৰুআৰি ১৮৫১)—এইবোৰ পুৰণি আধাৰ নতুন পদাৰ্থ ৰাখিবৰ ব্যৱস্থা-মাত্ৰ। তেওঁ 'তিৰ্থৰ বিবৰন' আৰু 'তিৰ্থৰ জাত্ৰা'ৰ (Wanderings of a Pilgrim.—From the Bengali, ৩+৬ আধ্যা, জুলাই-ডিচেম্বৰ ১৮৫২ —জানুআৰি ১৮৫৩) ভ্ৰমণ-কথাৰ মাজত হিন্দুৰ দেৱ-দেৱীৰ থানৰ আঁসোৱাহ দেখা পাইছে খ্ৰীস্টিয়ান দৃষ্টিৰপৰা

বিশেষকৈ, আৰু অন্তত কৈছে, "মই জি জি পাইচোঁ তাকেহে লিখিচোঁ, আৰু মোৰ লিখাৰ ভিতৰত জদি নিন্দা ৰূপ কথাও আচে, তাক মই আঁপুনি ৰচনা কৰা ন হঁও ; পুৰ্বে জি সন্যাসিএ তিৰ্থ ভ্ৰমন কৰি জি দেখিলে, তাকেহে তেঁৱো ৰচনা কৰি প্ৰকাস কৰিলে।" ফাৰোৱেলে আৰু এটি অৰ্থপূৰ্ণ কথাৰে দোষ-ক্ষমাপণ কৰিছে ঃ "পদ ভাৱে ৰচনা কৰা অতি কঠিন, কেৱল পণ্ডিত লোকেহে তাক কৰিবৰ সমৰ্থ হই ; এই হেতুকে জদি তাৰ ভিতৰত কোনো অসুধ কথা আচে, তাত দোস ন ধৰিব।" তেওঁ দুই-এটি গীতো ৰচনা কৰিছিল (এপ্ৰিল, জুন ১৮৫৪)। আন আন অকবি পদকাৰসকলৰ ভিতৰত আছে 'কলিকতাৰ সুখিয়াতি' (মাৰ্চ ১৮৫১) ৰচা কিনাৰাম সন্ত্ৰিয়া, 'চাপাখানাৰ বিবৰন' (ফেব্ৰুআৰি ১৮৫৩) লেখা 'উত্তৰ পাৰ'ৰ দয়াৰাম চোটিয়া, কুঁৱৰীগঞ্জা খেলৰ বুঢ়াগোহাঁই বংশৰ ধৰ্মকান্ত গোহাঁই যি নিবেদন কৰিছিল 'গুআহাটিৰ বিবৰন' (জুন ১৮৫৩), 'সত সংসৰ্গ কৰাৰ কথা' (মেই ১৮৫৪) কোৱা শিৱসাগৰৰ চিকা দাস আৰু 'বিবেচনাৰ গুন' (চেপ্তেম্বৰ ১৮৫৩) বৰ্ণোৱা পূৰ্ণানন্দ সৰ্মা মহোৰি ক্ৰিমিনেল কোৰ্ট। "অৰুনোদই"ৰ পয়াৰ ৰচোঁতাসকলে যেনেকৈ নিজৰ বক্তব্য কোৱাত কবি হ'ব পৰা নাই, বাইবেলৰ কবিত্বময় Psalms খণ্ডৰ গীতৰ ভাঙনিতো গায়ক-কবি হৈ উঠিব পৰা নাই। নিধি লিবায়ে সেই কালৰ অসমীয়া খ্ৰীস্টিয়ানৰ প্ৰিয় এটি গীত উদ্ধাৰ কৰি দিছে (এপ্ৰিল ১৮৫১)। ও.-ৰ (ৱাৰ্ড ?) 'Oh where shall rest be found'-অৰ অনুবাদ 'মই ক'ত জিৰণি পাওঁ' (আগষ্ট ১৮৫২) বোধ হয় সুৰে-তালে গালে ভালেই লাগিব। Psalms-অৰ গীতবিলাক বিভিন্ন হিব্ৰু কবিয়ে স্তুতি-প্ৰাৰ্থনাৰ বাবে ৰচনা কৰিছিল আৰু পিছত সিবোৰ বাইবেল গ্ৰন্থত সংগৃহীত এক খণ্ড-ৰূপে শোভা পাইছিল। নানা কবিৰ ভিতৰত দাবিদ বা দায়ূদ ৰজাৰ নামৰ বিশেষ খ্যাতি। এইজনা ৰজাৰ এটি গীতৰ কথা-ভাঙনি আৰু তাৎপৰ্য-ব্যাখ্যা ফেব্ৰুআৰি ১৮৫৩ দিয়া হৈছে। আন এটি গীতৰ (Psalm 9) এক অংশৰপৰা "অৰুনোদই"ৰ (ফেব্ৰুআৰি ১৮৫৪) অসমীয়া আৰু বাইবেলৰ Authorized (King James) Version-অৰ ইংৰাজী অনুবাদৰ একেলগে তলত দিয়া হ'ল ঃ

| | |
|---|---|
| I will praise thee, O Lord, with my whole heart; I will shew forth all thy marvellous work. | হে যিহোৱা, সকলো চিতেৰে তোমাক প্ৰসংসা কৰিম, তোমাৰ সকলো আচৰিত কৰম বৰ্ননা কৰিম। |
| 2 I will be glad and rejoice in thee: I will sing praise to thy name, O thou most High. | মই তোমাত হৰিত হৈ আনন্দ কৰিম, হে সৰ্বোপৰি প্ৰভু, তোমাৰ নামত প্ৰসংসা গান কৰিম। |
| 3 When my enemies are turned back, they shall fall and perish at thy presence. | মোৰ সত্ৰু বিলাক ঘোঁহকোআ হৈ পৰি তোমাৰ সাখ্যাতে বিনাস হব। |
| 4 For thou hast maintained my right and my cause; thou satest in the throne judging right. | কিয়নো তুমি মোৰ নিয়াই আৰু সোধ ৰাখি সিংহাসনত বহি নিয়াই সোধ কৰিলা। |
| 5 Thou hast rebuked the heathen, thou hast destroyed the wicked, thou hast put out their name for ever and ever. | তুমি বিদেসি লোকক ডবিয়ালা, পাপি লোকক সংহাৰ কৰি সিহঁতৰ নাম সদাকাল লোপ কৰিলা। |
| 6 O thou enemy, destructions are come to a perpetual end: and thou hast destroyed cities; their memorial is perished with them. | সদাকাললৈ সত্ৰু বিলাকক নষ্ট কৰি সিহঁতৰ নগৰবোৰ বিনাসিলা, সিহঁতলৈ সুমৰনো গুচিল। |
| 7 But the Lord shall endure for ever: he hath prepared his throne for judgment. | কিন্তু যিহোৱা সৰ্বকাল থাকে ঃ তেওঁ সোধৰ নিমিত্তে আপোনাৰ সিংহাসন জুগুত কৰিলে। |

8 And he shall judge the world in righteousness, he shall minister judgment to the people in uprightness

তেঁও ধৰ্ম্ম ৰূপে জগতৰ সোধ কৰিবে, তেওঁ লোকবিলাকক নিয়াই ৰূপে প্ৰতিফল দিবে।

এইভাবে গদ্যত মাঠি মুঠি গীতৰ কথাৰ্থখিনি প্ৰকাশ কৰাত লেখকসকলে অসুবিধা ভোগ কৰিছিল। ২৩-সংখ্যক গীতৰ অনুবাদতো সেই কথা দেখা যায় (আগষ্ট ১৮৫৪)।[১] কিন্তু ছন্দত এনে কথাৰ্থখিনিকে কৰ লগীয়া হ'লে শব্দাবলী, প্ৰকাশ-ৰীতি, ছন্দ আৰু পাদান্ত মিল, এই সকলোবোৰৰ সংযোগ বা ভাবসাম্য ৰখা কষ্টকৰ হৈ পৰে। উদাহৰণ-স্বৰূপে স্থানান্তৰৰূপৰ (2 Corinthians, 5) গীত-ৰূপে ৩৬-ৰ (উইলিয়াম ৱাৰ্ড) পদ্যানুবাদ (ফেব্ৰুআৰি ১৮৫৪) তলত দিলো।

For we know that if our earthly house of this tabernacle were dissolved, we have a building of God, an house not made with hands, eternal in the heavens.

2 For in this we groan, earnestly desiring to be clothed upon with our house which is from heaven :

3 If so be that being clothed we shall not be found naked.

4 For we that are in this tabernacle do groan, being burdened : not for that we would be unclothed, but clothed upon, that mortality might be swallowed up of life.

5 Now he that hath wrought us for the self-same thing is God, who also hath given unto us the earnest of the spirit.

6 Therefore we are always confident, knowing that, whilst we are at home in the body, we are absent from the Lord :

গিত।

Hope of Immortality

এই তাম্বু ৰূপ সংসাৰিক ঘৰ
মৰনে পৰিলেও ভগন
ঈশ্বৰে সজা দেহ অমৰ
মোৰ হব স্বৰগত নিমান।

মহা উঠানৰ ঘোৰ সমই
জেন পাপে নিৰাশ্ৰই ন হয়
সদাই কেঁকাইচোঁ অতি ভই
সুস্থগত হবৰ কৰি শ্ৰম।

মই জানো দেহত থকা কাল
এই ভাবৰ ভৰত হব দুখ
বেদনা, বিয়াধি, পাপৰ ফল
পৰিশ্ৰম চিন্তা, ভই, অসুখ।

তেও বৰ্ত্তমান এই অলপ দুখ
এখন্তক মাথোন জি থাকে
অধিক গধুৰ অনন্ত সুখ
মোলৈ বহাই সিধি কৰে।

তাত কিয় সাহিয়াহ্ন ন হয়
মৰিলেও প্ৰভুৰ ওচৰ জাম
জিৱনে লোপ হৈ সৰ্ব শ্ৰম
বিশ্ৰামে সৰ্ব অবিশ্ৰাম।

কলিকতাত ডাক্তৰি পঢ়ি থকা শ্ৰীমিৰ মজফৰ হুচেনৰ গ্ৰেৰ 'Elegy'ৰপৰা এটি স্তবকৰ তলৰ ভাঙনিটিত কবিতাৰ স্পৰ্শ বৈ গৈছে, তাৰ 'দেখিতে' শব্দটো 'দেখাতে' বা 'দেখাত' কৰা হ'লে শাৰীটো সম্পূৰ্ণ আধুনিক হ'লহেঁতেন (ফেব্ৰুআৰি ১৮৫৪)।

সুনিৰ্মল বস্তু বহু দেখিতে সুন্দৰ,
এজাৰ সমুদ্ৰ মাজে গুপ্ত কলেবৰ',
ফুটিত অনেক ফুল নে দেখোঁ নয়নে,
সুগন্ধ বিনষ্ট কৰে বনৰ পৱনে।

[১] Psalms-অৰ অন্য কিছু অনুবাদ ঃ গীত ৫১, ১২৩ (অক্টোবৰ ১৮৫৫), ৫১ (নৱেম্বৰ), ১২০-২২ (ডিচেম্বৰ), ১২৪-২৫ (জানুআৰি ১৮৫৬), ১২৬-২৮ (ফেব্ৰুআৰি), ১৩০-৩১ (মাৰ্চ), ৬৭ (আগষ্ট), ৫২-৫৫ (ফেব্ৰুআৰি ১৮৬১), ১৬-১৮ (মাৰ্চ), ১৯-২৪ (এপ্ৰিল), ৫২ (ডিচেম্বৰ)

**খ্ৰীষ্টীয় প্ৰসংগীয়া স্তুতি-গীত ঃ**

"অৰুনোদয়"ই অসমৰ খ্ৰীস্টিয়ান সম্প্ৰদায়ৰ নিত্য-নৈমিত্তিক পূজা-সন্ধ্যাৰ কীৰ্তন-প্ৰসংগৰ আৱশ্যকীয় প্ৰাৰ্থনা-গীত-ৰচনা আৰম্ভ কৰে। অসমত বেপ্টিস্ট ধৰ্ম স্থাপন কৰোঁতা নাথান ব্ৰাউনৰ, তেওঁৰ উপযুক্ত সহকৰ্মী মাইল্‌ছ ব্ৰন্সনৰ, এ.এইচ্. ডেনফোৰ্থৰ, মৰিলে স্থানীয় খ্ৰীস্টিয়ানসকলৰ লগতহে সমাধি-স্থান পাবলৈ বাঞ্ছা কৰা উইলিয়াম বাৰ্ডৰ, ব্ৰন্সনৰ কন্যা মেৰি আৰ্. টলমানৰ, প্ৰথম অসমীয়া খ্ৰীস্টিয়ান নিধি লিবাই ফাৰোৱেল আৰু বাতিৰাম দাস পেকৰ ৰচিত স্তুতি-গীত আজিও খ্ৰীস্টিয়ানসকলৰ প্ৰসংগত সমাদৃতভাৱে চলে। তেনে স্তুতি-গীতৰ হাতপুথি "খ্ৰীষ্টীয় ধৰ্মগীত" (Christian Hymnal in Assamese) ১৯৭২ চনৰ ৫ম তাঙৰণত থাই ভাগত সন্নিবিষ্ট ৩৮৭টি গীতৰ ভিতৰত বাৰ্ডৰ ২১, ব্ৰাউন আৰু ফাৰোৱেলৰ প্ৰত্যেকৰে ১১, ব্ৰন্সনৰ ১২, ডেনফোৰ্থৰ ২, শ্ৰীমতী চি. এফ্. টলমান আৰু বাতিৰাম দাসৰ একোটি গীত আছে। ইয়াৰ উপৰি অসমত মিছনৰ কাম কৰা ছাহাব এম্. (ডব্লিউ) বৰিন্সনৰ ১, এ.টি. (ও.টি. ?) কাটাৰৰ ১, আৰ.ই. নেইবৰৰ (১৮৭১ত মিকিৰৰ মাজত কাম কৰিবলৈ আহি ১৮৭৮ত বেয়া স্বাস্থ্যৰ বাবে ঘূৰি যোৱা) ২, ডব্লিউ. ই. উইটাৰৰ (পোনতে ভৈয়ামত বাগিচাৰ বনুৱাৰ মাজত কাম কৰি মাৰ্চ ১৮৮৫ত নগা-পৰ্বতৰ ৱখাত লঠাৰ মাজত সৰু কাম কৰি ১৮৮৭ত বেয়া স্বাস্থ্যৰ বাবে ঘৰলৈ ঘূৰি যোৱা, আৰু মেডিকেল ডিগ্ৰি লৈ পুনৰ গুৱাহাটীলৈ কাম কৰিবলৈ অহা, আৰু লঠা লৰাই দ্বাৰা The Assamese hymns are keenly enjoyed···Their parents said they were singing from morning till night. বুলি অসমীয়া খ্ৰীস্টীয় ধৰ্মগীতৰ জনপ্ৰিয়তাৰ কথা কোৱা) ১, পি. এইচ্. মোৰৰ (১৮৯০ত মিকিৰৰ মাজত কাম কৰিবলৈ অহা, ১৯০৩ত নগাঁৱত বাইবেল স্কুল খোলা, ১৯০৩ তো অসমতে কাম কৰি থকা) ১টি গীত সংকলনটিত আছে। মন কৰিব লগীয়া যে প্ৰথম গাৰো খ্ৰীস্টিয়ান ৰামখে মাৰাক (পোনতে গাৰোসকলক খ্ৰীস্টিয়ান কৰাৰ উদ্দেশ্যে স্থাপিত গোৱালপাৰাৰ চৰকাৰী স্কুল আৰু পিছত গুৱাহাটীৰ চৰকাৰী নৰ্মাল স্কুলৰ ছাত্ৰ, তাৰ পিছত পুলিচত কাম কৰা, ককায়েক ওমেডেৰে ১৮৬৩ত গুৱাহাটীত ব্ৰন্সনৰপৰা বুৰ পোৱা আৰু ১৮৬৪ত গাৰোৰ মাজত ধৰ্ম প্ৰচাৰ কৰিবলৈ গুচিযোৱা) আৰু পিছৰ যুগৰ চিমোন মাৰাক আৰু এওৱাৰ্ছন কে. চাংমা, মিকিৰৰ ছেমছন সিং ইংটি, গুৱাহাটীত ঠিকা-কাম কৰা (১৮৬০ৰ আগে-পিছে) বঙালী খ্ৰীস্টিয়ান ছেমুএল লাভডেই—এনেসকলেও অসমীয়া স্তুতি-গীত লিখিছিল। ফাৰোৱেল আৰু বাতিৰাম দাসৰ পিছত অসমীয়া গীতকাৰসকলৰ ভিতৰত দুজনক অতি প্ৰধান বুলিছো—গুৱাহাটীৰ পেস্টৰ কান্দুৰা ৰলিন স্মিথ (সৰুতে কৈৱৰ্ত-কুলীয়া অন্ধ পিতৃক লাখুটি ধৰি মাগিবলৈ লৈ ফুৰা, সেই অৱস্থাতে নগাঁৱস্থ শ্ৰীমতী স্টোডাৰ্ডে পাই ১৮৪৮ত অৰ্ফেন ইন্‌স্টিটিউটত ভৰ্তি কৰি দিয়া, ১৮৫০ত খ্ৰীস্ট-শৰণীয়া হোৱা, ১৮৫৭ অধ্যয়ন সমাপ্ত কৰি মাহে দুকুৰি টকা দৰমহাত গুৱাহাটীত চৰকাৰী কেৰাণী হোৱা, কিন্তু সেই খিতাপ এৰি মাহে পোন্ধৰ টকাতে মিছনৰ কামত সোমোৱা, ১৮৭৭ত পেস্টৰ-ৰূপে আজ্ঞাপ্ৰাপ্ত হোৱা) আৰু নগাঁৱৰ হেন্‌ৰি গোল্ডস্মিথ (নগাঁৱৰ পেস্টৰ টুনি জন গোল্ডস্মিথৰ পুত্ৰ, ডক্টৰ চি. ডি. কিঙে ১৮৭৮ত কোহিমাৰ আংগামিৰ মাজত পাত অসমীয়া স্কুলত কুৰি বছৰ বয়সতে কাম কৰিবলৈ যোৱা, অসাধাৰণ শিক্ষক আৰু a consecrated young missionaryৰ কৃতিত্ব দেখুওৱা, পিছত স্কুলখনৰ হেডমাস্টৰ হোৱা, ১৮৮৬ত কিং পৰিয়ালে কোহিমা এৰাত নগাঁৱত গৈ মিছনৰ কাম কৰা, পিছত যোৰহাটত বাইবেল স্কুল খুলিবলৈ বদলি হোৱা, ১৮৯৫ত পুনৰ অনুবাদ-কামত নগাঁৱলৈ অহা, ১৯০৪ত নগাঁও বাইবেল স্কুলৰ শিক্ষক আৰু ১৯০৬ত যোৰহাট বাইবেল স্কুলৰ হেড্ এছিস্টেন্ট হোৱা আৰু ১৯১৫ত সেই স্কুল বন্ধ কৰা হোৱাত মিছন হাই স্কুলৰ শিক্ষক হোৱা)। "খ্ৰীষ্টীয় ধৰ্মগীত"ত গোল্ডস্মিথৰ ১৪টি গীত সোমাইছে। আনসকল স্থানীয় খ্ৰীস্টিয়ান স্তুতি-ৰচকৰ কেইজনমানৰ নাম ল'ব পাৰি—কুমুদ গোল্ডস্মিথ (১০টি গীত), এনি গোল্ডস্মিথ (৭), সুবৰ্ণ গোল্ডস্মিথ (৪), এমিলি আৰু কৰ্ম্ফট গোল্ডস্মিথ, ৰুথ অমলা বাপুৰাম, গোলোকচন্দ্ৰ খ্ৰীস্টিয়ান, সাৰ্ডকা প্ৰেৱিন কেই, দানিয়েল বৰুৱা ইত্যাদি।

গীত-সমূহৰ প্ৰাৰ্থিনয়েই ইংৰাজীৰ চলতি হৈ অহা গীতৰপৰা অনূদিত আৰু সিবিলাক মূল পাশ্চাত্য সুৰতে গীতও হৈছিল আৰু হয়। কাৰ্ডিনেল্ নিউমেন্, উইলিয়াম্ কাউপাৰ্, ইছাক ৱাট্‌ছ, জন্ নিউটন,

চাৰ্লছ ৰেছলি, প্ৰমাছ কেন্ আদিৰ গীত আৰু বাইবেলৰ Psalm বা আন কোনো খণ্ডৰ কবিতাৰপৰা ভাঙনি সিবোৰৰ মূল অৱলম্বন। Latin Hymn, Austrian Hymn, Italian Hymn, Sicilian Hymn, Spanish Hymn আদি বিখ্যাত পদাৰ্থৰ অনুবাদো হয়াত সোমাইছে। এসময়ত ভাৰতীয় সংগীতৰ ৰাগত বা ঘোষা আদিৰ সুৰতো খ্ৰীস্টীয় গীত ৰচিত হৈছিল। এই বিষয়ত সংকলনখনত সন্নিবিষ্ট বিখ্যাত লক্ষীৰাম বৰুৱাৰ গীতাৱলীৰ বিশেষ স্থান।

অনূদিত গীতখিনিত অনেক সময়ত ইংৰাজী ভাষাৰ হেঁচাটো বৈ গৈছে আৰু বেছি ভাগ সময়ত অসমীয়া কবিতাৰ ছন্দৰ লয়লৈ অনুবাদটিইত অহা নাই; কেতিয়াবা অসমীয়া ভাষাৰ ঠাঁচত সিইত সোমোৱা নাই—লাগিলে নতুন ৰচয়িতা আমেৰিকানেই হওক বা অসমীয়াই হওক। এই বিষয়ত মাইল্ছ ব্ৰন্ছনৰ গীতখিনিত কিন্তু ভাষা আৰু ছন্দৰ বিশেষ মাধুৰ্য অনুভৱ কৰিব পৰা যায়। চেপেল বা খ্ৰীস্টিয়ান নামঘৰৰ প্ৰসংগত গাবৰ বেলা সকলোবোৰ গীতৰ ভাষা আৰু ছন্দৰ খলা-বমা সমথল হৈ পৰে আৰু একোকে বিসদৃশ নালাগে। সেয়া হ'ল পাশ্চাত্যৰ মহান মহান কম্পোজাৰ বা সংগীতৰচকসকলৰ সুৰৰ মায়াৰ পৰশ।

তলত "খ্ৰীষ্টীয় ধৰ্ম্মগীত"ৰপৰা অসমৰ খ্ৰীস্টীয় ধৰ্ম আৰু সাহিত্যৰ প্ৰধান তিনিজন নেতা ব্ৰাউন, ব্ৰন্ছন আৰু ফাবোৰেলৰ তিনিটি গীত তাৰ ইংৰাজী মূলে সৈতে উদাহৰণৰূপে উদ্ধাৰ কৰি দিয়া হ'ল। ব্ৰাউনৰ অনুবাদৰ মূল গীতৰ গীতিকাৰ হ'ল চাৰ্লছ ৰেছলি। ব্ৰন্ছনৰ গীতটিৰ মূল ৰূপ বিশেষকৈ চীন দেশৰ খ্ৰীস্টিয়ানসকলৰ প্ৰিয় বস্তু। দেখা যায়, ব্ৰাউনে মূল গীতৰ দ্বিতীয় স্তৱকটি এৰি অনুবাদ কৰিছে। অসমীয়াত এজন প্ৰধান খ্ৰীস্টিয়ান গীতকাৰ উইলিয়াম ৱাৰ্ডৰ দুটি গীত ("খ্ৰীষ্টীয় ধৰ্ম্মগীত"ত সন্নিবিষ্ট নোহোৱা) বৰ্তমান খণ্ড "অৰুনোদই"ত আছে। ওপৰৰ 'কবিতাৰ চেৰাশালি' প্ৰবন্ধত তাৰে এটি গীত মূল ইংৰাজী সমান্তৰালভাৱে দি তুলি দিয়া হৈছেই। এই কেয়োটি গীতে আজিও সঙ্গীৰিত ৰূপত প্ৰচলিত থকা অসমীয়া খ্ৰীস্টিয়ান গীতি-সাহিত্যৰ নিদৰ্শন দাঙি ধৰিব।

"খ্ৰীষ্টীয় ধৰ্ম্মগীত" গীত ১৬৫

১ উঠা, হে মন, উঠা, দূৰ কৰা পাপ-সংশয়
যীচু-বলি চোৱা, তেওঁৰ তেজ মোৰ কাৰণ বয়,
মোৰ জামিন হৈ তেওঁ স্বৰ্গে গল,
মোৰ জামিন হৈ তেওঁ স্বৰ্গে গল,
মোৰ নাম তেওঁৰ হাতত লিখা হল।

২ তেওঁ যি পাঁচোটা ঘা পাইছিল গলগথা থান
নিবেদে প্ৰাৰ্থনা সেই সকল মোৰ নিদান,
বোলে সদায়, "ক্ষমা কৰক ক্ষমা কৰক,
বোলে সদায়, "ক্ষমা কৰক ক্ষমা কৰক,
এই পাপী জনৰ নিস্তাৰ হওক।"

৩ পুত্ৰৰ সেই নিবেদনত (তাত) পিতৃ যে সন্তোষ পাই,
নকৰে নিবাৰণ, তেওঁৰ প্ৰিয় জনাক চাই,
পো বুলি মোক ঈশ্বৰে লয়,
পো বুলি মোক ঈশ্বৰে লয়,
তেজ আৰু আত্মা সাক্ষী হয়।

*Arise, My Soul, Arise*

1. Arise, my soul, arise;
Shake off thy guilty fears;
The bleeding sacrifice
In my behalf appears:
Before the throne my Surety stands.
Before the throne my Surety stands.
My name is written on his hands.

2. He ever lives above.
For me to intercede;
His all-redeeming love,
His precious blood to plead;
His blood atoned for all our race,
His blood atoned for all our race,
And sprinkled now the throne of grace.

3. Five bleeding wounds He bears,
Received on Calvary,
They pour effectual pray'rs,
They strongly plead for me:
"Forgive him, O forgive," they cry,
"Forgive him, O forgive," they cry,
"Nor let that ransomed sinner die!"

৪ শুনো তেওঁৰ কৃপাৰ মাত, ঈশ্বৰ সহিত মোৰ মিল ।
লৈছে মোক তেওঁ কোলাত, সকলো ভয় গুচিল,
সাহ পাই তেওঁত কৰি দৃঢ় বিশ্বাস,
সাহ পাই তেওঁত কৰি দৃঢ় বিশ্বাস,
"হে আব্বা, পিতৃ" বোলোঁ দাস ।

নেথন ব্ৰাউন

4 The Father hears him pray,
His dear anointed One ;
He cannot turn away
The presence of His Son ;
His Spirit answers to the blood,
His Spirit answers to the blood,
And tells me I am born of God.

5 My God is reconciled ;
His pardoning voice I hear,
He owns me for his child,
I can no longer fear ;
With confidence I now draw nigh,
With confidence I now draw nigh,
And, "Father, Abba, Father," cry.

## গীত ৩০৪ খ

১ সৰু আছোঁ অতিশয়
হয় মই কোমল দয়াময়
খঙাল নহয় কোনো কাল,
খং নেদেখে কেৰে ভাল ।
দোহাৰ—যীচুৱে মোক ভাল পায়,
যীচুৱে মোক ভাল পায়,
যীচুৱে মোক ভাল পায়,
শাস্ত্রে এই কথা কয় ।

২ মই শিক্ষকক প্ৰেম কৰিম,
মিছলীয়াৰ সগ নলম,
দিনৰ দিনটো নম্ৰ ভাৱ
ৰাখি কৰিম যীচুৰ স্তৱ ।

৩ কৰিম সন্ত লোকক মান,
দুষ্ট লোকক নিদিম থান ।
যীচুৰ নম্ৰ শিষ্য হম,
তেওঁৰ নাম লোকৰ আগত কম ।

মাইল্চ ব্ৰনচন্

## *Jesus Loves Me*

1 Jesus loves me ! this I know,
For the Bible tells me so ;
Little ones to Him belong,
They are weak, but he is strong.

2 Jesus loves me ! He who died,
Heaven's gates to open wide ;
He will wash away my sin,
Let His little child come in.
Yes, Jesus loves me,
Yes, Jesus loves me,
Yes, Jesus loves me,
The Bible tells me so.

3 Jesus loves me ! loves me still,
Tho' I'm very weak and ill ;
From his shining throne on high,
Comes to watch me where I lie.

4 Jesus loves me ! He will stay
Close beside me all the way ;
If I love Him when I die,
He will take me home on high.

গীত ৪

১ ঈশ্বৰৰ মন্দিৰলৈ যাওঁ,
আহাঁ, হে ধাৰ্ম্মিকগণ,
তাত সোমাই প্ৰভুৰ গুণ যশ গাওঁ
হৈ সবে এক মন।

২ এই কথা শুনাত মোৰ মন হয়
নিশ্চয়ে পুলকিত;
কিয়নো সদায় সেই ঠাইত মই
পাওঁ প্ৰভুৰ প্ৰেম অমৃত।

৩ তাত সোমাই ধৰমী সকল
আনন্দে একে চিত্ত,
প্ৰাৰ্থনা, স্তুতি, ওঁঠৰ ফল,
উৎসঙ্গে পৰম গীত।

৪ তাত যীচু দায়ুদৰ তনয়
থাপি নিজ সোধ-আসন,
তেওঁ সদায় সুবিচাৰ কৰয়
আপোনাৰ সাধুগণ।

৫ এই হেতু তালৈ ধাৰ্ম্মিক লোক
আনন্দে গৈ গোট খায়,
পাহৰি মনৰ সৰ্ব্ব শোক
ঈশ্বৰৰ স্তুতি গায়।

৬ চিয়োনৰ মঙ্গল চিন্তা জন
সদাকাল কুশল হওক,
ঈশ্বৰৰ পৰাও ঘনে ঘন
আশীৰ্ব্বাদ দয়া পাওক।
নিধি লেবি ফাৰ্বেল

## Psalm 122

I was glad when they said unto me, 'Let us go into the house of the Lord.

2 Our feet shall stand within thy gates, O Jerusalem.

3 Jerusalem is builded as a city that is compact together :

4 Whither the tribes go up, the tribes of the Lord, unto the testimony of Israel, to give thanks unto the name of the Lord.

5 For there are set thrones of Judgement, the thrones of the house of David.

6 Pray for the peace of Jerusalem : they shall prosper that love thee.

7 Peace be within thy walls, and prosperity within thy palaces.

8 For my brethren and companions' sakes, I will now say, Peace be within thee.

9 Because of the house of the Lord our God I will seek thy good.

**অৰুনোদইৰ দুই ৰূপ : কাকত বা সম্বাদপত্ৰ আৰু গিয়ানভঙাৰ বা আলোচনী :**

আমি বহুতে নাজানো বা গম নলওঁ বা নুগুণো যে "অৰুনোদই"ৰ সম্বাদপত্ৰ আৰু আলোচনী, এই দুটা ৰূপ আছিল। 'আপোনাৰ দেসলৈ হিত বাণ্ডা কৰা ওপৰ অচমত থকা এজন অচমিয়া লোক' ১৫ আগস্ট ১৮৫৩ তাৰিখে "অৰুনোদই"ৰ সম্পাদক চাহাবলৈ 'অচমিয়া লোক সকলৰ হিত কথা'-শীৰ্ষক পত্ৰখনি (আগষ্ট ১৮৫৩) লিখি পোনতে কৈছে, "এই কাকত খানি আপোনাৰ গিয়ান ভঙাৰ আৰু সকলো দেসলৈ বিয়াপি জোআ কাকতৰ দাঁতিত ঠাই দি অনুগ্ৰহ কৰিব।" অন্ততঃ ১৮৫৪ বছৰলৈকে এই দুইটা ৰূপ চলি

আছিল, কাৰণ সেই বছৰৰ জানুআৰিৰ সংখ্যাত 'অৰুনোদই পাঠক এজন'ৰ 'অৰুনোদইৰ সু নিয়ম' নামে এখনি চিঠিত কোৱা হৈছিল—"ডাঙৰ চাৰি পিঠিয়া অৰুনোদইৰ বাহিৰে দিঘে ১২ আঙুল, পথালিএ ৭ আঙুল চুটি, ১৬ পিঠিৰে মেগজিন নামে এবিধ অৰুনোদই গিয়ান ভণ্ডাৰ মাহে মাহে প্ৰকাস হই। তাৰ দাম দিঘল বিধ অৰুনোদইৰে একে, অৰ্থাত ইয়াতকৈ তাত কথা অধিক আৰু মাহে মাহে গোটাই নি বচৰেকত কিতাপ বান্ধিবলৈ অতি সুন্দৰ; অৰুনোদই প্ৰকাস কৰা চাহাবলৈ চিটি লিখিলে সেই বিধকে মাহে মাহে পঠাব।" ১৮৫৫ৰপৰা সম্ভৱতঃ ডাঙৰ চাৰি-পিঠীয়া সম্বাদপত্ৰ ওলিওৱা বন্ধ কৰা হৈছিল। ১৮৫৬ৰপৰাহে সি ওলোৱা নাছিল, সি নিশ্চিত।

বৰ্তমান প্ৰকাশনলৈ মন দিলে লক্ষ্য কৰা যাব যে ১৮৪৬ জানোআৰিৰপৰা ১৮৫০ ডিচেম্বৰলৈ কাকতখনিৰ নাম "অৰুনোদই সম্বাদ পত্ৰ" আৰু ১৮৫১ জানুআৰিৰপৰা মাত্ৰ "অৰুনোদই" চলিছিল, যদিচ পৃষ্ঠাবোৰৰ ওপৰত সৰ্বত্ৰ "অৰুনোদই" নামেই বিৰাজমান। কিন্তু প্ৰথম সংখ্যাৰ শেষত যেনেকৈ ইংৰাজীঃ *THE ORUNODOI, A Monthly Paper, devoted to Religion, Science and General Intelligence* বুলি দিয়া হৈছে, ১৮৫১ জানুআৰিৰ পিছতো তেনে বৰ্ণনা অন্ততঃ মাজে মাজে ওলাইছিল যদিও *Paper* নুবুলি *Magazine* বোলা হৈছে। এইটো চকুত লাগিব লগীয়া কথা যে চেপ্তেম্বৰ ১৮৫২ৰ সেই ইংৰাজী বৰ্ণনাৰ ওপৰত অসমীয়াত দিয়া হৈছে—"এই অৰুনোদই গিয়ান ভণ্ডাৰ মোং সিবসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাত চাপা কৰা হৈচে।" এনে অনুমান হয় যে জানোআৰি ১৮৪৬ আৰু ডিচেম্বৰ ১৮৫০ৰ ভিতৰত Paper বা সম্বাদপত্ৰ আৰু Magazine বা গিয়ান ভণ্ডাৰ আকাৰত সুকীয়া সুকীয়া কৰা হ'লেও নামত একেই সম্বাদপত্ৰ আছিল। গিয়ান ভণ্ডাৰৰ আকাৰক Penny Magazine Size বোলা হৈছিল। তাৰ জোখ প্ৰায় ২৭ চেন্টিমিটাৰ×১৮চেন্টিমিটাৰ। এই মেগাজিন তাঙৰণৰ পৃষ্ঠা-সংখ্যা ৮ৰপৰা ১৬ লৈকে বঢ়া-টুটা হৈছিল। কাকত বা সম্বাদপত্ৰ তাঙৰণ মাজে মাজে নোলাইছিল। আগষ্ট ১৮৫৪ত প্ৰকাশিত পুৰ্ণানন্দ শৰ্মাই সম্পাদকলৈ দিয়া চিঠিখন কেৱল 'গিয়ান ভণ্ডাৰৰ অৰুনোদইৰ দাতিত ঠাই দি বৰ বাঢ়েহে পঠোৱা হৈছিল, সেইবাৰ বোধ হয় 'সম্বাদপত্ৰ অৰুনোদই' ওলোৱা নাছিল।

**অৰুনোদইৰ প্ৰচলন ঃ**

বৰ্তমান শতিকাৰ দ্বিতীয় দশকত পত্ৰিকাৰ গ্ৰাহকে ভি. পি. কৰি পঠিওৱা কাকত বাদ্ধৰ নোখোজা আৰু পত্ৰিকা চলোৱাসকলক ভৰ্ৎসনা ভৰিব লগীয়া কৰা আদি লৈ লক্ষ্মীনাথ বেজবৰুৱাই "বাঁহী"ত কাৰ্টুন দিছিল। "অৰুনোদই" চলোৱা চাহাবসকলৰ দুৰ্গতিয়ে বেজবৰুৱাতকৈ অধিক হৈছিল, সেই বিষয়ে কোৱাৰ প্ৰয়োজন নাই। সেই কালত কাকত পঢ়া মানুহৰ সংখ্যাইবা কিমান আছিল? আগষ্ট ১৮৫৩ৰ "অৰুনোদই"ত ওলোৱা সম্পাদক চাহাবলৈ লিখা পত্ৰত কোৱা হৈছে—"গিয়ানৰ সাগৰ স্বৰূপ অৰুনোদই কেৱল ... মানুহৰ সাৰিত ন ললে বেয়া দেখিছে কোনো কোনোএ লৈচে, কোনোএ লৈয়ো এৰি ... নাচ।" সেই ১৮৫৪ত শ্ৰী শ্ৰী মলুআ কপিৰাজ চক্ৰৱৰ্তিয়েও আপত্তি তুলিছে, "মানুহ জাতিএ হলে গিয়ানলৈ প্ৰায়ে বৰকে মন ন কৰে বুলি মই সুনিচোঁ, আৰু দুটামান বিসয়া, আৰু ডাঙৰ পণ্ডিত লোকৰ বাহিৰে আনবোৰে বচৰেকত এটকা দি অৰুনোদই লবলৈকো কিৰ্পিন হই। আৰু সুনিচোঁ, লোআবিলাকৰ মাজতো কোনো কোনোএ তিনি চাৰি বচৰলৈকো তাৰ মুল্য একো ধন নি দিএ, এই বৰ আচৰিত কথা।" মাৰ্চ ১৮৫৭ত (পিঠি ৩৫) এটি টোকা দিয়া হৈছিল ঃ "অৰুনোদই লোআৰ বাবে জি জি লোকে গল বচৰৰ আৰু তাৰ আগৰো ধন দিয়া নাই, সিবিলাকে তাক এতিয়া দিলে ভাল হই।" জুন ১৮৫৭ত সম্পাদক ছেমুৱেল্ এম্. হোৱাইটিঙে দুখ কৰি লিখিছিল, "অৰুনোদই পত্ৰৰ কাৰণে মাহে ৫০ টকা খৰচ হই, অৰ্থাত বচৰত ৬০০ টকা জাই; কিন্তু আমি লোকৰ পৰা প্ৰাই ৪০০ টকাহে পাওঁ।"[১] সম্ভৱতঃ গ্ৰাহকসকলক উৎসাহ যোগাবৰ কাৰণেই

---

[১] জুলাই ১৮৬৩ৰ শেষ পাতত সম্পাদক উইলিয়াম ৱাৰ্ডৰ অতি নম্ৰ মন্তব্য ঃ "The Editor of the Orunodoi takes occasion to acknowledge with many thanks the generous patronage of this Paper by many of the Gentlemen and Babus of the Province; and he also begs to solicit the favour of their further kind offices to promote its wider circulation.

The Orunodoi has entered on its 16th year; and though it has never paid its own expenses, still the circulation among the Natives has been sufficient to justify its continuance; and the Editor deems it extremely undesirable to discontinue it for want of support in the very probable event of its being left to its own resources." ইয়াৰপৰা এটা ইংগিত পোৱা যায় যে 'অৰুনোদই' লাভজনক হোৱা নাছিল, আৰু মিছনৰীকে হ'ব নোৱৰা কাৰণে কোনো কোনোৱে হয়তো কাকতখন বন্ধ কৰি দিয়াৰ পৰামৰ্শও দিছিলহঁক নাছিল।

জানুআৰি ১৮৫৪ৰপৰা 'অৰুণোদইৰ অৰ্থে ধন পোৱা ৰচিত' নামে এটি স্তম্ভকে আৰম্ভ কৰি দিয়া হয়। এই স্তম্ভৰপৰা আন নহ'লেও সেই কালৰ "বিসয়া আৰু ডাঙৰ পণ্ডিত লোকৰ" আৰু আনৰো নাম কিছু পোৱা যাব। এনে নামৰ ভিতৰত এইখিনি বিশেষভাৱে চকুত লাগিব লগীয়া নাম—শ্ৰীযুত বাবু দিননাথ সৰ্মা বেজ বৰুআ সিৰস্তাদাৰ (জানুআৰি), শ্ৰীজুত দুতিৰাম বৰ ভণ্ডাৰ বৰুআ সিৰস্তাদাৰ, শ্ৰীজুত প্ৰাণনাথ সৰ্মা বেজ বৰুআ, শ্ৰীভোআই মনৰো উড—"অৰুণোদই"ৰ ব্লক কাটোঁতা, Captain R. Campbell (মাৰ্চ), Rev. C. Hesselmeyer, শ্ৰীনিধি লিবাই ফাৰোএল —"অৰুণোদই"ৰ প্ৰধান লেখক (এপ্ৰিল) সিৱসাগৰৰ শ্ৰীইশ্বিৰৰ দত্ত, জোৰহাটৰ শ্ৰীজুত বাবু হৰনাথ সৰ্মা বৰুআ দাৰোগা গোলাঘাটৰ শ্ৰীজুত বাবু জাদুৰাম বৰুআ মুনচেফ, কোচ বেহাৰৰ শ্ৰীজুত সিব প্ৰসাদ ৰাজ মন্ত্ৰি (জুন), গুআহাটিৰ Col. F. Jenkins, W. Robinson, Rev. A. H. Danforth, Rev. W. Ward, শ্ৰীধনি লুচিএন হেইদন—প্ৰথম অসমীয়া খ্ৰীস্টিয়ানসকলৰ এজন আৰু "অৰুণোদই"ৰো লেখক, সিৱসাগৰৰ Capt. E. T. Dalton, নগাঁৱৰ শ্ৰীঘিনাই লাইনচ পেক (জুলাই) সিৱসাগৰৰ শ্ৰীমতি কৃস্তি কেৰলাইন চাইমন—প্ৰথম অসমীয়া মহিলা খ্ৰীস্টিয়ানৰ এগৰাকী, তেজপুৰৰ C. A. Bruce, গুআহাটিৰ শ্ৰীজুত বুদৰাম বৰ দলৈ জমাদৰ, দেস বানিৰ ৰজা শ্ৰীজুত ললিত সিং (আগষ্ট), জোৰহাটৰ শ্ৰী শ্ৰীজুত মহা ৰজা কামেশ্বৰ সিংহ নগাঁৱৰ Rev. M. Bronson, Mrs. M. S. Dauble, গুআহাটিৰ শ্ৰীমতি জাৰ্পাৰি—প্ৰথম অসমীয়া মহিলা খ্ৰীস্টিয়ানৰ এগৰাকী (চেপ্তেম্বৰ), গুআহাটিৰ Capt. R. Campbell, সিৱসাগৰৰ শ্ৰীপৰমানন্দ ইস্কুল বাবু (অক্টোবৰ), নগাঁৱৰ Major J. Butler, Rev. I. J. Stoddard, Babu Anondoram, Sub Assistant Commissioner (নৱেম্বৰ), নগাঁৱৰ শ্ৰী জনাৰ্দ্দন ভূঞা পেস্কাৰ (ডিচেম্বৰ ১৮৫৪), শ্ৰী শ্ৰীজুত আউনিআটিয়া অধিকাৰ গোস্বামি তৰফে শ্ৰী বিভুৰাম ভণ্ডাৰি মোক্তাৰ (জানুআৰি), Capt. C. Holroyd (ফেব্ৰুআৰি), শ্ৰী কিনাৰাম দত্ত, কমলা বাৰি—'অৰুণোদই'লৈ লেখোঁতা (মাৰ্চ), শ্ৰী বাবু গুণাভিৰাম ডেকা বৰুআ সিৱসাগৰ, শ্ৰী বাবু নৱঙ্গ আচোআল মৌজাদাৰ কলঙ্গপুৰ (এপ্ৰিল), শ্ৰী চিকা দাস ইস্কুল পণ্ডিত সিৱসাগৰ (নৱেম্বৰ ১৮৫৫), শ্ৰীমতি নুৰ্মাল আৰু জগৰি—ন-খ্ৰীস্টিয়ান মহিলা সিৱসাগৰ ( জানুআৰি ), Col. S. F. Hannay ডিব্ৰুগৰ (মেই), শ্ৰী শ্ৰী কৃষ্ণকান্ত অধিকাৰ গোঁসাই কমলা বাৰি—'অৰুণোদই'লৈ লেখোঁতা, শ্ৰীজুত ধৰ্মকান্ত গোহাই গুআহাটি—'অৰুণোদই'ৰ পয়াৰ লেখোঁতা (চেপ্তেম্বৰ), Rev. M. Bronson নগাঁও (অক্টোবৰ ১৯৫৬), শ্ৰীবুদ্ৰাম ডেকা দলৈ মহৰি নগাঁও, Capt. E. A. Rowlatt (মেই ১৮৫৭) শ্ৰীযুত বাবু উৎসৱানন্দ গোস্বামী ডিপুটী ইণস্পেক্টৰ (ফেব্ৰুৱাৰি), শ্ৰীতুনি গন্দ স্মিথ (অক্টোবৰ), Robert Bruce শিৱসাগৰ, শ্ৰীহেমচন্দ্ৰ শৰ্ম্মা ডেকা বড়ুয়া মহাফেজ শিৱসাগৰ (নৱেম্বৰ ১৮৬১)।

১৮৫৪ জুনত 'প্ৰথমৰে পৰা অৰুণোদই লোআৰ সংখ্যা' ওলাইছিল। তলৰ প্ৰথম চাৰিটা স্তম্ভত সেই পৰিসংখ্যা আৰু পঞ্চম আৰু ষষ্ঠত মুঠ মুদ্ৰিত গিয়ান ভণ্ডাৰ আৰু কাকতৰ সংখ্যা (মি. জৰ্জ জিলেস্পিয়ে *Baptist Missionary Magazine*-অত প্ৰকাশিত ৰিপোৰ্টৰপৰা সংকলন কৰামতে) দেখুওৱা হৈছে।

| বছৰ | বিদেশী ছাহাব গ্ৰাহক | এই দেশী গ্ৰাহক | মিছনেৰি লোক | মুঠ গ্ৰাহক | মুঠ ছপা হোৱা গিয়ান ভণ্ডাৰ | মুঠ ছপা হোৱা সম্বাদপত্ৰ | মুঠ ছপা অৰুনে দই |
|---|---|---|---|---|---|---|---|
| ১৮৪৬ | ২১৩ | ২৪৯ | ১১৪ | ৫৭৬ | ৫০০ | ৬০০ | ১,১০০ |
| ১৮৪৭ | ২০৭ - | ২১৫ | ১১৪ | ৫৩৬ | ৫০০ | ৬০০ | ১,১০০ |
| ১৮৪৮ | ১২৫ | ১১৪ | ১১৯ | ৪২৮ | . ৫০০ | ৬০০ | ১,১০০ |
| ১৮৪৯ | ১৬৮ | ১০০ | ১২৯ | ৩৯৭ | ৫০০ | ৬০০ | ১,১০০ |
| ১৮৫০ | ২১৩ | ১২৬ | ১২৫ | ৪৬৪ | ৫০০ | ৬০০ | ১,১০০ |
| ১৮৫১ | ২১৬ | ১৩৯ | ১৬৭ | ৫২২ | ১০০০ | ৪০০ | ১,৪০০ |
| ১৮৫২ | ১৮৬ | ১২৬ | ১৬৫ | ৪৭৭ | ১০০০ (সম্ভৱ) | ৪০০ (?) | ১,৪০০ (?) |
| ১৮৫৩ | ১৬৭ | ১১৯ | ১৫০ | ৪৩৬ | ১০০০ | ৩০০ | ১,৩০০ |
| ১৮৫৪ | ১৫৮ | ১৩১ | ১৫১ | ৪৪০ | ১০০৭ (সম্ভৱ) | ? | ? |

**সম্পাদকসকল ঃ**

"অৰুনোদই" কিমান বছৰ চলিছিল, সেই লৈ অলপ অস্পষ্টতা আছে। ১৮৮২ত শিৱসাগৰৰ মিছন প্ৰেছৰ যন্ত্ৰ দুটাৰ এটা ই. ডব্লিউ ক্লাৰ্কে নগা পৰ্বতৰ মলুঙলৈ লৈ যায় আৰু আনটো বছৰটোৰ শেহফালে নাজিৰাৰ আসাম কোম্পানিক বেচি দিয়া হয়। কোনোৱে তাকেই "অৰুনোদই"ৰ শেষ তাৰিখ বুলি ধৰিব খুজিলেও শ্ৰীমতী ছুছান্ আৰ্. ৱাৰ্ডে *A Glimpse of Assam* (১৮৮৪)-অত ১৮৮০ ডিচেম্বৰত পত্ৰিকাখন বন্ধ হয় বুলি উক্তি কৰিছে। সেয়ে বোধ হয় নিৰ্ভৰযোগ্য। ১৮৪৬ৰপৰা ১৮৮০ পৰ্যন্ত "অৰুনোদই"ৰ সম্পাদকসকলৰ নাম-তালিকাও স্পষ্টকৈ আৰু দাঠি দিয়া টান হয় বিশেষকৈ কিছু সংখ্যা দুষ্প্ৰাপ্য হোৱা বাবে। আৰু এটা মন কৰিব লগীয়া কথা যে ১৮৫০ৰ মাৰ্চ, এপ্ৰিল আৰু মেইৰ সংখ্যা নৱেম্বৰ ১৮৫৩ত, আৰু ১৮৫০ৰ জুন, জুলাইৰ সংখ্যা ডিচেম্বৰ ১৮৫৩ত ছপা হয়। গতিকে, এই পাঁচটা সংখ্যা নিজ তাৰিখমতে ওলোৱা নাছিল। এই পাঁচোটা সংখ্যাৰ আগৰ "অৰুনোদই"ত সম্পাদকৰ নাম দেখা নাযায়, কেৱল মুদ্ৰক আৰু প্ৰকাশক-ৰূপে মিছনৰ মুদ্ৰণ আৰু প্ৰকাশন বিভাগৰ অধ্যক্ষ ও. টি. কট্টাৰৰ নাম কাকতখনৰ নেজত দিয়া হৈছিল। পিছত ওলোৱা পাঁচটা সংখ্যা (মাৰ্চ-জুলাই ১৮৫০) সম্পাদক এন্. ব্ৰাউনৰ দ্বাৰা মুদ্ৰিত আৰু প্ৰকাশিত হ'ল বুলি ঘোষণা কৰা হৈছে। নিয়মিত সময়ত ওলোৱা আগষ্ট ১৮৫০ সংখ্যাৰ শেষত স্পষ্টভাৱে দিয়া হ'ল—THE ORUNODOI A MONTHLY PAPER, DEVOTED TO RELIGION, / SCIENCE AND GENERAL INTELLIGENCE. / N. BROWN, EDITOR. / Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. গতিকে এই তাৰিখতহে সম্পাদক ব্ৰাউনৰ নাম প্ৰথম ওলাল। অন্ততঃ ফেব্ৰুআৰি ১৮৫০-লৈকে কেৱল মুদ্ৰক-প্ৰকাশক কট্টাৰৰ নামহে থকাত তেৱেঁই সম্পাদকো আছিল বুলি ভাবিবৰ এটা অৱকাশ আছিল আৰু আমি এসময়ত ভাবিছিলোঁও। কিন্তু জৰ্জ জিলেস্পিয়ে আঙুলিয়াই দিছে, ব্ৰাউনৰ জীৱনী *The Whole World Kin : A Pioneer Experience Among Remote Tribes and Other Labors of Nathan Brown* (Philadelphia, 1890, p. 416) পুথিত ই. ডব্লিউ. ব্ৰাউনে স্পষ্টকৈ লেখিছে, "In January, 1846, Mr. Brown prepared the first number of *Orunudai*,...which he edited in the Assamese language during most of his remaining years at Sibsagar." "most of the remaining years" কথাটো স্পষ্ট হ'ব যেতিয়া আমি জানো যে ব্ৰাউনে ১৩ ফেব্ৰুৱাৰি ১৮৫৫ তাৰিখে শিৱসাগৰ একেবাৰেই এৰাৰ আগতে ১৮৫৩ ফেব্ৰুৱাৰিৰ আগভাগৰপৰা অক্টোবৰৰ আগভাগলৈকে কামৰপৰা ছুটী লৈ বৰ্মাত ফুৰিবলৈ গৈছিল। সেই কালছোৱাতো সম্পাদক-ৰূপে তেওঁৰ নামেই আছিল যদিও মাচ মাহত নগাঁৱৰপৰা সপৰিবাৰে আহি শিৱসাগৰত থকা মাইলছ ব্ৰন্সনেই সম্ভৱতঃ সম্পাদন-মুদ্ৰণ সকলো ফালে চকু দিব লগীয়া হৈছিল, কাৰণ আগৰ বছৰতে কট্টাৰেও প্ৰেছৰ কাম এৰি গৈছিল ; আগষ্ট ১৮৫২লৈকে তেওঁৰ নাম "অৰুনোদই"ত ছপা হৈছিল, কিন্তু চেপ্তেম্বৰৰ পিয়ান ভঙাৰত 'Printed and Published monthly by N. BRWON, Editor' বুলি দিয়া আছে। মুঠ কথা, প্ৰথম নটা বছৰৰ "অৰুনোদই"ৰ সম্পাদক অন্ততঃ আনুষ্ঠানিকভাৱে (officially) ডক্টৰ নাথান ব্ৰাউন। সম্পাদকসকলৰ তালিকা বৰ্তমান অৱস্থাত এনেভাৱে তৈয়াৰ কৰিব পাৰি ঃ

| বছৰৰ সংখ্যা | বছৰ | সম্পাদক |
|---|---|---|
| ১—৯ | ১৮৪৬-১৮৫৪ | নাথান ব্ৰাউন |
| ১০—১১ | ১৮৫৫-১৮৫৬ | এপ্লটন্ হাও ডেনফোৰ্থ |
| ১২ | ১৮৫৭ | এপ্লটন্ হাও ডেনফোৰ্থ (জানুআৰি)<br>চেমুৱেল্ এম্ হোৱাইটিং (ফেব্ৰুআৰি—ডিচেম্বৰ) |
| ১৩—১৫ | ১৮৫৮-১৮৬০ | চেমুৱেল্ এম্. হোৱাইটিং [১৮৫৯ৰ "অৰুনোদই" বৰ্তমানে ক'তো পোৱা নাযায়।] |

| | | | |
|---|---|---|---|
| ১৬–২৩ | ১৮৬১-১৮৬৮ | উইলিয়াম্ ৱার্ড্ | [১৮৬২ আৰু তাৰ পিছৰ অৰুণোদয়ৰ কোনো ভাগ ক'তো থকা খবৰ আমি পোৱা নাই। ১৮৬৬ত ৱার্ডে তেওঁৰ ৰিপোৰ্টত "The Orunodoi, newspaper or magazine, has completed six volumes since I took charge of it"...বুলি লিখিছিল। *Baptist Missionary Magazine*ত ১৮৬৭, ১৮৬৮ৰ "অৰুণোদয়"ৰ প্ৰকাশৰ কথা ৰিপোৰ্টত ওলাইছিল।] |
| ২৪ ২৮ | ১৮৬৯-১৮৭৩ | উইলিয়াম্ ৱার্ড্ | আৰু এডোৱার্ড্ ডব্লিউ ক্লাৰ্ক ? [এই কালৰ প্ৰথম ছোৱাত শিৱসাগৰত মাখোন ৱার্ড্ আৰু শ্ৰীমতী ৱার্ড্ আছিল। তেতিয়া বোধ হয় ৱার্ড্ সম্পাদক আছিল। ১৮৬৯ চনত তেওঁ সপৰিবাৰে শিৱসাগৰ এৰে, ক্লাৰ্ক আৰু শ্ৰীমতী ক্লাৰ্কক সলনি দি। তেতিয়াই সম্ভৱতঃ ক্লাৰ্ক সম্পাদক হয়। ১৮৭৩ত ৱার্ড্-দম্পতি শিৱসাগৰলৈ ঘূৰে আৰু সেই বছৰৰ ১ আগস্টত ৱার্ডৰ মৃত্যু হয়। ক্লাৰ্কে ১৮৭১ সেইত 'যোৱা বছৰ দুয়েক' (of late years) সম্পাদক থকাৰ কথা লিখিছিল।] |
| ২৯ | ১৮৭৪ | এডোৱার্ড্ ডব্লিউ. | ক্লাৰ্ক বা শ্ৰীমতী ছুছান্ আৰ্. ৱার্ড্ ? [১৮৭৪ত শিৱসাগৰত এওঁলোক দুই মিছনেৰিহে আছিল ; বছৰৰ পিছভাগত এ. কে. গাৰ্নি আৰু শ্ৰীমতী গাৰ্নি আহি তেওঁলোকৰ লগ লয়।] |
| ৩০—৩৩ | ১৮৭৫ —১৮৭৮ | ক্লাৰ্ক, শ্ৰীমতী ৱার্ড্, | এ. কে. গাৰ্নি ? [মাৰ্চ ১৮৭৬ পৰ্যন্ত ক্লাৰ্ক শিৱসাগৰত থাকি গাৰ্নিৰ হাতত ছপাখানাটো এৰি যায়। শ্ৰীমতী ৱার্ডে ১৮৭৮ৰ শেহভাগত শিৱসাগৰ এৰে। গাৰ্নি সমস্ত কালছোৱা সেই ঠাইতে আছিল। ১৮৭৮ৰ *Baptist Missionary Magazine*ত প্ৰকাশিত ৰিপোৰ্টমতে গাৰ্নিয়ে "অৰুণোদয়" সম্পাদনা কৰি আছিল। |
| ৩৪ | ১৮৭৯ | এ. কে. গাৰ্নি | [এই বছৰৰ এক লেখাত গাৰ্নিয়ে নিজে "অৰুণোদয়" সম্পাদনা কৰাৰ কথা উল্লেখ কৰিছে।] |
| ৩৫ | ১৮৮০ | | |

অৰুণোদই-গোষ্ঠী ঃ লেখক, মুদ্ৰক, সাতৰি-যোগনিয়াৰ, 'নক্‌চা জিয়া বখিকৰ' ঃ

অসমীয়া সাহিত্য, ভাষা, তথা সংস্কৃতিৰ বুৰঞ্জীত আমেৰিকান বেপ্টিষ্টসকল আৰু সিসকলৰ মুখপত্ৰ "অৰুণোদয়ে" নিৰ্দিষ্ট এটি স্থান অধিকাৰ কৰি আছে। সিসকলৰ আন দানৰ ভিতৰত অসমীয়া ভাষাৰ আধুনিক ৰূপ-নিৰ্ণয়, সেই ৰূপত সাহিত্য আৰু সংবাদ-সাহিত্য-সৃষ্টিৰ যত্ন আৰু নতুন প্ৰশাসনৰ শাসকীয় আৰু শিক্ষা-পৰিচালনাৰ ক্ষেত্ৰত ঘটা অসমীয়া ভাষাৰ বিপৰ্যয়ৰ অপনোদনৰ বাবে কৌশলপূৰ্ণ আৰু সফল আন্দোলন। সেই আন্দোলন নোহোৱা হ'লে অসমৰ ভাষাৰ ৰূপ কি হ'লহেঁতেন কল্পনা কৰা নাযায়। বেপ্টিষ্টসকলৰ তিনি দশকৰ অধিক কাল অসমীয়া ভাষাৰ হকে গভীৰ প্ৰযত্নই ভাষাটোক নিজৰ ঘৰত ঠাই দিলে। বেপ্টিষ্টসকলৰ পুথি-পত্ৰ-ৰচনা, অসমীয়া মাধ্যমত পঢ়াশালি-পৰিচালনা আৰু সৰ্বোপৰি "অৰুণোদই"-প্ৰকাশৰ যোগেদি অসমীয়া জাতিৰে অভিনৱ ৰূপ পৰিকল্পিত হৈছিল।

"অৰুণোদই"-দলৰ লেখকসকলৰ মাজত কেন্দ্ৰীয় শক্তি আৰু নেতাস্বৰূপ ব্যক্তি হ'ল ডক্টৰ নাথান ব্ৰাউন (১৮০৭-১৮৮৬)। এওঁৰ পাণ্ডিত্য, ধৰ্ম-ভাব, চাৰিওফালৰ পৰিস্থিতিৰ বিষয়ে বাস্তৱবাদী চেতনা আৰু চিন্তা আৰু খ্ৰীষ্টিয়ানোচিত দয়া-দাক্ষিণ্যই "অৰুণোদই" যুগটোক এটা বিশেষ প্ৰমূল্য দিছিল। আমেৰিকা মিল দেশ অৰ্থাৎ যুক্তৰাজ্যৰ কোনো এক নগৰত ১৮০৭ৰ ২২ জুন তাৰিখে এওঁৰ জন্ম হয়। কুৰি বছৰ বয়সত গ্ৰেজুৱেট হৈ কিছু দিন শিক্ষকতা কৰি বেপ্টিষ্ট সমাজৰ মিছনেৰি-ৰূপে আজ্ঞা লৈ ১৮৩৩ত এওঁ বৰ্মাৰ মোলমেইন পায়হি। অসমৰ তদানীন্তন আযুক্ত ফ্ৰান্সিছ জেংকিন্সৰ অনুৰোধ অনুসৰি আমেৰিকাৰ ধৰ্ম-প্ৰচাৰক বোৰ্ডে আহ্বান জনোৱাত ব্ৰাউনে অতি আগ্ৰহেৰে সদিয়াত থান মিছন আৰম্ভ কৰিবৰ উদ্দেশ্যে লগত এটা প্ৰেছ আৰু এজন মুদ্ৰক ওলিভাৰ টি. কট্টাৰক লৈ কলিকতাইদি আগ বাঢ়ি আহে। ব্ৰাউন আৰু কট্টাৰ দুয়ো সপৰিবাৰে ১২ নৱেম্বৰ ১৮৩৫ত যাত্ৰা কৰি ২৩ মাৰ্চ ১৮৩৬ত সদিয়া পায়হি। সেই মুহূৰ্তৰ আশা-উদ্দীপনা আৰু আত্মোৎসৰ্গৰ ভাবত ব্ৰাউনে লিখিছিল, "This region providentially opens before us : and after long and tedious journeys, we have at length arrived upon the ground where we shall no doubt spend the the remainder of our days." তেওঁলোকে ভাবিব পৰা নাছিল যে জীৱনৰ শেষলৈকে এই প্ৰান্তত থাকি কাম কৰিবৰ আশাত আমেৰিকাৰ বোৰ্ডৰ ফালৰপৰাই ব্যাঘাত উপজিব। ব্ৰাউনে এইটোও চিন্তা কৰা নাছিল যে তেওঁৰ তেওঁলোকৰ মূল উদ্দেশ্য থান মিছন গঢ়ি তোলাটি অতি সোনকালেই পৰিহাৰ কৰিব লাগিব আৰু অসমৰ ভাগ্যৰ কাৰণেই হ'বলা দুইত সীমান্ত এৰি দুইতৰ ভৈয়ামত কাম কৰাটিকে প্ৰশস্ত বিবেচনা কৰিব লাগিব। কলিকতাৰপৰা নাৱেদি উজাই আহোঁতেই অসম সোমোৱাৰপৰা জেংকিন্সে দিয়া এজন লোকৰপৰা তেওঁ বৰ্মাৰ খান ভাষা শিকি পেলাইছিল ; কিন্তু তেওঁ সোনকালেই উপলব্ধি কৰিলে, সদিয়া অঞ্চলৰ খামটি-চিংফৌ ভাষাৰপৰা উত্তৰ বৰ্মা আদিৰ ভাষা বহুত বেলেগ। ব্ৰাউনে অতি সোনকালেই অসমীয়া শিকি পেলালে ঃ ১৮৩৭তে তেওঁ সেই ভাষাত ধৰ্ম ব্যাখ্যা কৰিব পৰা আৰু ল'ৰা-ছোৱালীক পঢ়ুৱাব পৰা হ'ল, আৰু জানুৱাৰী ১৮৩৮ত বাইবেল অসমীয়া কৰা কাম আৰম্ভ কৰি দিলে। মাথিৰ (মেথিউৰ) শুভ বাৰ্তাৰ ভাঙনি অতি সোনকালে প্ৰস্তুত হ'ল আৰু মাৰ্ক, লুক, যোহানো সোনকালে শেষ কৰিবৰ আশা কৰিলে। পিছে, সেই বছৰতে তেওঁৰ জীয়েক ছোফিয়াৰ মৃত্যু ঘটিল। খামটি, চিংফৌ ভাষাত তেওঁ প্ৰাথমিক পুথি প্ৰস্তুত কৰি তাৰ বাবে ৰোমান লিপি বাছি লৈছিল। ১৮৩৯ৰ খামটি বিদ্ৰোহ আৰু অন্য জনজাতিৰপৰাও উত্তৰ হোৱা অশান্তিত সদিয়া তল-ওপৰ হ'ল। শেষত তেওঁ ১২ মেইত সদিয়া এৰি ইতিমধ্যে আমেৰিকাৰপৰা আহি তেওঁৰ লগত যোগ দি জয়পুৰত কেন্দ্ৰ পতা মাইলছ ব্ৰন্সনৰ ওচৰ পালেগৈ। বিশেষকৈ অসুখ-বিসুখৰ বাবেই জুলাই ১৮৪১ত শিৱসাগৰলৈ স্থানান্তৰিত হ'ব লগীয়া হ'ল। সেই ঠাইত নতুন উদ্যমেৰে অসমীয়া ভাষা-চৰ্চা, কিতাপ, গীত আৰু ট্ৰেক্ট ৰচনা কৰি প্ৰকাশ কৰা কামত তেওঁ লাগি যায়। ১৮৪৬ জানুৱাৰীৰপৰা ব্ৰাউনৰ সম্পাদনাত মাহেকীয়া "অৰুণোদই" বাৰ্তাবিকাকত আৰু আলোচনী প্ৰকাশ হ'বলৈ ধৰে। ১৮৫৪ ডিচেম্বৰলৈকে তেওঁ তাৰ সম্পাদক আছিল। ১৮৪৮ চনত তেওঁৰ অসমীয়া বাইবেল "আমাৰ ত্ৰাণকৰ্তা যিচু খ্ৰিষ্টৰ

নতুন নিয়ম" আৰু Grammatical Notices of the Assamese Language ওলায়। ১৮৫১ অক্টোবৰত বেপ্টিস্ট এছোচিয়েছন্ অব্ আসাম স্থাপিত হোৱাত ব্ৰাউন তাৰ প্ৰথম সভাপতি হয়। ১৮৫৩ ফেব্ৰুৱাৰীৰ আগভাগতে বৰ্মালৈ গৈ অক্টোবৰৰ আগ ভাগত তেওঁ শিৱসাগৰলৈ ঘূৰি আহে। আমেৰিকাৰ বোৰ্ডে পঠিওৱা ডেপুটেছনত অহা ডক্টৰ ছলোমন্ পেকে অসমত কাম কৰা সুদক্ষ মিছনেৰিসকলৰ স্কুল চলোৱা আদি কাৰ্যসূচী নাপছন্দ কৰাত অতিশয় ক্ষুণ্ণ হৈ ব্ৰাউনে কাম ইস্তফা দি ১৮৫৫ৰ ১৩ ফেব্ৰুৱাৰীত শিৱসাগৰ এৰে। আমেৰিকাত থকাত তেওঁ American Baptist নামৰ আলোচনী সম্পাদনা কৰিছিল আৰু দাসত্বপ্ৰথাৰ বিৰুদ্ধে যু'জিছিল। ১৮৭২ত তেওঁ জাপানলৈ মিছনেৰি-ৰূপে যায়। তাত তেওঁ নিউ টেস্টামেন্টখন জাপানী ভাষালৈ অনুবাদ কৰে। ১৮৮৬ জানুৱাৰীত তেওঁৰ তাতে মৃত্যু ঘটে। ব্ৰাউনে পোনতে অসমীয়া ভাষা বঙলাৰ অতি ওচৰ বুলি ধাৰণা কৰিছিল যদিও অলপ দিন অধ্যয়নৰ পিছতে অসমীয়াৰ স্বতন্ত্ৰতা, সৌন্দৰ্য আৰু ঐশ্বৰ্যৰ বিষয়ে দৃঢ় মত পোষণ কৰিবলৈ লয় আৰু সেই অনুসৰি এই ভাষাৰ শ্ৰী-বৃদ্ধিৰ অৰ্থে অক্লান্তভাৱে কাম কৰিবলৈ ধৰে। তেওঁৰ অধ্যয়ন আৰু অভিমতে অসমীয়া ভাষাক স্বতন্ত্ৰতাৰ ভিত্তিত থিয় হ'বলৈ ডাঙৰ শক্তি যোগায়। অসমৰ পুৰণি পুথি সংগ্ৰহ আৰু প্ৰকাশ কৰা বিষয়ত ব্ৰাউন মহৎ পথ-প্ৰদৰ্শক। তেওঁৰ ভাষা-বিষয়ক প্ৰবন্ধ বিবিধ আলোচনীত পৰি থাকিল।[১] "অৰুনোদই"ৰ ভিতৰত কোনো প্ৰবন্ধত তেওঁৰ নাম নাই (দুখনমান চিঠিৰ কথা বাদ দি); কিন্তু নিনাও (বিশেষকৈ ॥-চিহ্নিত) প্ৰবন্ধৰ প্ৰায়খিনি বোধ হয় সম্পাদক-ৰূপে তেওঁৰ লিখিত। ব্ৰাউন এজন কলাকাৰ আৰু অৰুনোদইৰ 'নক্চা লিখা খনিকৰো' আছিল। তেওঁ অ'কা এজন নগাৰ চিত্ৰ ডিচেম্বৰ ১৮৫৫ৰ কাকতত (১৮৪ পিঠি) সংযোজিত হৈছে। সেই কালত এনে একোটা ছবি কটাৰ খৰচ প্ৰায় একুৰি ৰূপ লাগিছিল।

সেইদৰে প্ৰত্যক্ষভাৱে নাম নথকা অৰুনোদই-গোষ্ঠীৰ আন এজন গুৰুত্বপূৰ্ণ লেখক আৰু ভাষাতত্ত্ববিদ হ'ল ডক্টৰ মাইল্‌ছ ব্ৰন্‌ছন্ (১৮১২-১৮৮৩)। আমাৰ অৱশ্যে ধাৰণা—ম., ম.ব. আৰু মা. হ'ল মাইল্‌ছ ব্ৰন্‌ছন। বৰ্তমান খণ্ডৰ পৰৱৰ্তী সংখ্যাবোৰত ম.ব. স্বাক্ষৰ থকা প্ৰবন্ধ—'মহম্মদৰ ধৰম বঢ়াৰ বাত্ৰা' (১২.৪), 'ঘোষা পুথি চপা হোআৰ বিগ্যাপন' (১২.৭), 'বহু মূল্য মুকুতা' (১২.১০), 'লঙ্কা উপদ্বীপৰ কথা' (১৬.৭), 'তোমাৰ মুক্তিৰ ভৰসা কি' (১৬.৯), ইত্যাদি। ব্ৰন্‌ছনৰ প্ৰধান কীৰ্তি 'অচমিয়া আৰু ইংৰাজি অভিধান' (১৮৬৭); সি অসমীয়া ভাষাক প্ৰতিষ্ঠা দি তাৰ হেৰোৱা সন্মান ঘূৰাই পোৱাত প্ৰধানকৈ সহায় কৰিছিল। তদুপৰি, তেওঁ জয়পুৰত থকাতে A Spelling Book and Vocabulary in English, Asamese, Singpho and Naga (১৮৩৯) নামে এখন ৬৬-পিঠীয়া পুথি প্ৰকাশ কৰিছিল; তাত থকাতে তেওঁৰ নক্টে ভাষাৰ এখনি পুস্তিকাও ওলাইছিল—Phrases in English and Naga ভাষা (১৮৪০)।[২] অসমীয়া, নগা, আদি ভাষাৰ এজন পথ-প্ৰদৰ্শক ভাষাতত্ত্ববিদ্ ব্ৰন্‌ছনৰ জন্ম হয় ১৮১২ খ্ৰীস্টাব্দত আমেৰিকা মিল দেশৰ নিউয়ৰ্কৰ নৰ্বেত। ১৮৩৬ত তেওঁ মিছনেৰিৰ জীৱনত প্ৰৱেশ কৰে। ব্ৰাউন ছাহাবে চিংফোৰ মাজত কাম কৰিবলৈ দুজনমান পাদুৰি বিচাৰি পঠোৱাত আৰু জেঙ্কিন্সেও আমেৰিকাৰ বোৰ্ডলৈ লেখাত ব্ৰন্‌ছনক আৰু জেকব্ টমাছ্ নামে এজনক সদিয়ালৈ পঠোৱা হৈছিল। তেওঁলোকে কলিকতাৰপৰা আগবাঢ়িবাত নৌযাত্ৰা কৰিবলৈ ওলোৱাত বহুতে হাক দিছিল। কিন্তু উদ্যমৰ ভৰত

১. 'Comparison of Indo-Chinese Languages', *Journal of the Asiatic Society of Bengal*, Vol. VI, 1837; 'Specimens of Eastern Languages, illustration of plan for forming a comparative vocabulary of all the Indo-Chinese Languages', *Baptist Missionary Magazine*, Vol. XIX, 1839; 'Specimens of the Naga languages of Assam', *Journal of the American Oriental Society*, Vol. II, 1851; 'Alphabets of the Tai language', *J.A.S.B.*, Vol. VI, 1837: ইত্যাদি।

২. ব্ৰন্‌ছনৰ আৰু এখনি ৫৪-পিঠীয়া পুথি *Vocabulary in English, Asamese, Singpho and Naga* (১৮৩৯) আৰু ৩২-পিঠীয়া এখনি হ'ল *Phrases in English and Singpho* (Jaipur, 1840), আৰু শ্ৰীমতী ৰূথ্ এম্. এল্. ব্ৰন্‌ছনৰ ৫৬-পিঠীয়া *Worcester's Primer in Naga* (Jaipur 1840)।

হাক্-বচন নুশুনি লুইতে উজাওঁতে জৰে-খৰে ধৰি ব্ৰন্সনক আধা-মৰা কৰে আৰু তমাছক এখন নাৱৰ ওপৰত গৰা খহি পৰা গছে হেঁচা মাৰি ধৰি মাৰি পেলায়। ১৭ জুলাই ১৮৩৭ঃ নিজৰ বুগ্ন দেহা, নিজৰ পৰিবাৰ আৰু জেকব তমাছৰ বাৰীগৰাকীক লৈ ব্ৰন্সন সদিয়া সোমায়। এপ্ৰিল ১৮৩৮ঃ খামটি বিদ্ৰোহ আৰম্ভ হোৱাৰ আগতেই ব্ৰুচ্ ছাহাবৰ পৰামৰ্শত শ্ৰীমতী তমাছেৰে ব্ৰন্সন-দম্পতি জয়পুৰলৈ উঠি আহে 'খান মিছন' জীয়াই ৰখাৰ আশাত। তেওঁ তাত নক্টে ভাষাৰ 'স্পেলিং বুক্' আৰু সেই ভাষাত 'কথোপকথন' আদি লেখে, নামচাঙৰ নক্টেসকলৰ মাজত থাকিবলৈ লয় আৰু অসমীয়া মাধ্যমৰ পঢ়াশালি খোলে। এইবোৰত তেওঁৰ পত্নী আৰু ব্ৰাউনৰ অনুৰোধত বোৰ্ডে পঠোৱা চাইৰাছ্ বাৰ্কাৰৰ লগত অহা ভনীয়েক ৰোডাৰ-পৰা সহায় পাইছিল। কিন্তু অতি সোনকালে ৰোডাৰ মৃত্যু হ'ল আৰু ১৮৪০ৰ মেইৰ এদিনাখন ব্ৰন্সনৰ তীৰকঁপে জৰ উঠি থাকোঁতে তেওঁক এখন নাৱত তুলি দিহিঙে ভটীয়াই, দিখৌৰে উজাই শিৱসাগৰ পোওৱাহি হ'ল। কিন্তু তেওঁ তাতে নৰৈ ১৮৪১ৰ ২ অক্টোবৰত নগাঁও ছহৰ পাই তাত থানা পাতিলেহি আৰু তাত সুন্দৰকৈ পঢ়াশালি আৰু এক অভিনৱ মাউৰা-ঘৰ অৰ্ফে'ন্ ইন্‌ষ্টিটিউছন পাতি কাম আৰম্ভ কৰিলে। এইবোৰ অনুষ্ঠানৰপৰা ওলোৱা খ্ৰীস্টিয়ানসকলেই পিছত অসমৰ ভৈয়ামত বিয়পি পৰা খ্ৰীস্টিয়ান বংশবোৰৰ আদি পুৰুষ। এই উদ্যৰক সেই দেখি অসমৰ খ্ৰীস্টিয়ান বুৰঞ্জীত 'নগাঁও পুনৰ্জাগৰণ' বোলা হয়। ১৮৪৮ঃ ইৰা. জে. স্টোডাৰ্ড আৰু তেওঁৰ পত্নীয়ে আহি অজৰাই দিয়াত ব্ৰন্সনসকল আমেৰিকালৈ যায় আৰু ১৮৫১ত ঘূৰি আহে। সেই বছৰ সংগঠিত হোৱা বেপ্টিস্ট এছোচিয়েছনৰ তেওঁক ধনভঁৰালী পতা হয়। ১৮৫৩ৰ মাৰ্চৰপৰা অক্টোবৰলৈকে ব্ৰন্সন-দম্পতি শিৱসাগৰত আছিল আৰু সম্ভৱতঃ ব্ৰন্সনে "অৰুনোদই"ৰ সম্পাদনাৰ কাম কৰিছিল- ব্ৰাউন বৰ্মালৈ যোৱা বাবে। আমেৰিকাৰ বোৰ্ডে পঠিওৱা ডক্টৰ ছলোমন পেকে ব্ৰন্সনৰ মাউৰা-ঘৰ আৰু তেওঁৰ স্কুলৰ দৰে সকলো মিছনেৰি স্কুল ভাঙি দিবলৈ পৰামৰ্শ দিয়াতো তেওঁ সহি-মহি থাকিল, কিন্তু ১৮৫৭-ত স্বাস্থ্যৰ বাবে পত্নী আৰু কন্যাক লৈ আমেৰিকালৈ যায় আৰু ১৮৬০তহে ঘূৰে। ব্ৰাউনৰ নিচিনা পণ্ডিত আৰু বয়সে ডাঙৰ লোকৰ অভাৱত ব্ৰন্সনে অসমীয়া ভাষা পুনঃপ্ৰতিষ্ঠাপনৰ অৰ্থে এক গভীৰ আৰু বিস্তীৰ্ণ আন্দোলন গঢ়ি তোলে। ১৮৬৭ত তেওঁৰ বাৰ বছৰৰ কঠোৰ পৰিশ্ৰমৰ ফল 'অচমিয়া আৰু ইংৰাজি অভিধান' প্ৰকাশিত হয়। ১৮৬৯ত আমেৰিকাত থাকোঁতে ছেপ্টেম্বৰ মাহত তেওঁৰ প্ৰথমা পত্নীৰ মৃত্যু হয়। ব্ৰন্সনে শ্ৰীমতী ডেনফোৰ্ডক বিয়া কৰে; কিন্তু তেৰো ১৮৭৪ত বৰ্মাত মৃত্যুৰ মুখত পৰেগৈ। ব্ৰন্সনৰ দ্বিতীয়া কন্যা মেৰিয়াও ইয়াৰ পিছতে হাইজাত ঢুকায়। এইদৰে ব্ৰন্সনক সদায় মৰণে আগুৰি ধৰি থাকে। কিন্তু ১৮৭৩ ছনত যেতিয়া অসমৰ পঢ়াশালি-আদালতত অসমীয়া ভাষা পুনঃ-প্ৰচলিত হ'ল, ব্ৰন্সনৰ জীৱনৰ ডাঙৰ এখন সংগ্ৰামত যেন তেওঁ জয়ী হ'ল। ১৮৭৯ত দুখন চাহবাগিচাৰ বনুৱাসকলৰ মাজত ধৰ্ম-প্ৰচাৰ কৰিবলৈ নিমন্ত্ৰিত হৈ ডিব্ৰুগড়লৈ গৈ বাগিচাৰ মেনেজাৰৰ হকা-বাধাত বিফলমনোৰথ হৈ ঘূৰি আহে। তাৰ পিছতে তেওঁ শেষবাৰলৈ আমেৰিকালৈ প্ৰত্যাৱৰ্তন কৰে। যাবৰ সময়ত তেওঁ হেনো কৈছিল, "যাবলৈ মোৰ সত যোৱা নাই। মোৰ হিয়া ইয়াতে থাকি যাব।" ১৮৮৩ৰ ১০ নৱেম্বৰত আমেৰিকাৰ মিচিগান ৰাজ্যত তেওঁৰ মৃত্যু ঘটে। অসমৰ এজন প্ৰকৃত আৰু কাৰ্যক্ষম বন্ধুৰ জীৱনৰ সিমানতে সমাপ্তি হয়। তেওঁ বহুতোখিনি খ্ৰীস্টীয় প্ৰাৰ্থনা-গীত ৰচনা কৰিছিল।

অৰুনোদই-গোষ্ঠীৰ কাজ-কৰ্মৰ খতিয়ান লওঁতে বোধ হয় ব্ৰাউন্ আৰু ব্ৰন্সনৰ পিছতে প্ৰথম অসমীয়া খ্ৰীস্টিয়ান (বোধ হয় আত্মাৰাম শৰ্মাৰ পিছত) নিধি লিবাই ফাৰোৱেলক স্থান দিব লাগিব। লেখাৰ পৰিসৰৰ ফালৰপৰা অসমৰ খ্ৰীস্টিয়ান সাহিত্যলৈ এওঁৰে দান-বৰঙণি সকলোতকৈ সৰহ। কিতাপ আকাৰত তেওঁৰ বেছি বস্তু অৱশ্যে ওলোৱা নাছিল। কিন্তু আধুনিক সহজ অসমীয়াত সম্পূৰ্ণ বাইবেল প্ৰকাশ কৰিবৰ ব্ৰাউনৰ যি অ'চনি আছিল, তাত ফাৰোৱেলৰ যোগদান বিশিষ্ট আছিল আৰু তেওঁৰ পিছতহে হোৱাইটিং আৰু গাৰ্নি ছাহাব লাগি ১৯০৫ ছনত সম্পূৰ্ণ পুস্তকখনি ওলাব পৰা কৰে। তেওঁৰ বিশেষ দান বুলি ধৰা হয় ওল্ড টেস্টামেণ্টৰ দুই Books of Samuel আৰু দুই Books of Kings-অৰ অনুবাদ। আমি এতিয়ালৈকে পাব পৰা হোৱা "অৰুনোদই"ৰ সংখ্যাবোৰৰ ভিতৰত সবাতো-সৰহ পিঠিবোৰৰ লেখক হ'ল নিধি লিবাই। ন. ল. আৰু ন. ল. ফ. নামেৰে লেখা তেওঁৰ প্ৰবন্ধৰ

তালিকা দেখিলেই এই কথাৰ উপলব্ধি হ'ব। তেওঁৰ লেখাও নানা বৰণৰ। ধৰমৰ কথা আৰু তীর্থ-যাত্ৰাৰ বিৱৰণ (অনুবাদ) তেওঁ পয়াৰ কৰি আমাক দিছে। ক'ববাত Psalm আৰু স্তুতি-গীতো ৰচনা কৰিছে। বৰ্ত্তমান গীৰ্জাত প্ৰচলিত গীতৰ বহুতখিনিয়েই তেওঁৰ সৃষ্টি। অসমৰ আৰু বাহিৰৰো খ্ৰীস্টিয়ানসকলৰ মাজত বা জীৱনত হোৱা কথাৰ সম্ভেদো তেওঁ দিছে। বাইবেলৰপৰা খ্ৰীস্টিয়ান ধৰ্মৰ ইতিহাস, পাঁচনি আৰু ভৱিষ্যদ্বক্তাসকলৰ জীৱন-কথা, হিন্দুস্থানৰ মুছলিম যুগৰ ইতিহাস আদিও তেওঁৰ লেখাই সামৰিছে। তেওঁৰ বাইবেলৰ বৰ্ণনাবোৰত এটা প্ৰসাদ-ভাব অনুভৱ কৰিব পাৰি। তেওঁৰ লেখাবিলাক ভাগ ভাগ কৰি পুথি আকাৰে উলিয়াব পৰা হ'লে খ্ৰীস্টিয়ান পুৰাণৰ বহুত কথাই পাঠকৰ দৃষ্টিপথলৈ আহিলহেঁতেন। দেশৰ উপকাৰ-সাধনৰ হেঁপাহ এটিও তেওঁৰ মনত জাগি আছিল। 'তোমালোকৰ এজন অসমিয়াই কৈছোঁ' বুলি তেওঁ তেওঁৰ ধৰ্মশিক্ষা পাঠকলৈ নিবেদন কৰিছিল। একমতে তেওঁ কেওট কুলৰ আৰু আনমতে সূতকুলীয়া আছিল, আৰু সেই দেখিহে হেনো তেওঁৰ ধৰ্মান্তৰ-গ্ৰহণত হিন্দুসকল বিচলিত নহৈছিল—কায়স্থ-কুলীয়া বাতিৰাম দাস খ্ৰীস্টিয়ান হওঁতে সেই সমাজ যেনেকৈ চঞ্চল হৈ উঠিছিল। তেজপুৰ মহকুমাৰ 'গহপুৰ মোৰ জনম ঠাই' বুলি ১৮৫২ৰ ফেব্ৰুৱাৰীত সেই ঠাইত ভ্ৰমণ-প্ৰসংগত (ফেব্ৰুআৰি ১৮৫২) নিধি লিবায়ে উক্তি কৰিছে। কিন্তু তেওঁ সৰুতে শ্ৰীমতী ব্ৰাউন আৰু শ্ৰীমতী কট্টাৰৰ সদিয়া মিছন স্কুলত ছাত্ৰ-ৰূপে ভৰ্তি হৈছিলগৈ। ব্ৰাউন আদিয়ে খামটি-বিদ্ৰোহৰ ফলত সদিয়া এৰাৰ পিছতে নিধিৰ পিতৃ-বিয়োগ ঘটে আৰু তেওঁ মাকেৰে জয়পুৰলৈ গুচি আহে। কিন্তু জয়পুৰ পোৱাৰ দুমাহতে তেওঁৰ মাকো ঢুকাল। দহ-বছৰীয়া মাউৰা নিধিৰামক শ্ৰীমতী কট্টাৰে নিজৰ লগলৈ ল'লে। এই সময়তে ল'ৰাটিৰ খ্ৰীস্টধৰ্মৰ প্ৰতি এক বিশেষ ঘৃণা উপজিছিল; কিন্তু হঠাতে তেওঁৰ মনৰ এক পৰিৱৰ্তন ঘটিলে আৰু ১৩ জুন ১৮৪১ত তেওঁ বুঢ়ী দিহিং নৈত 'বুৰ পালে'। সেইদিনাখন ব্ৰাউনে baptismal sermon দিলেও তেওঁৰ গাত জ্বৰ থকাত ব্ৰহ্মছনেহে আচলতে বুৰ পোৱা দিয়ে। ২২ ফেব্ৰুৱাৰী ১৮৪৭ঃ ইতিমধ্যে ২৯ নৱেম্বৰ ১৮৪৬ত নগাঁৱত বুৰ পোৱা আহোম ছোৱালী, অৰ্ফেন্ ইন্‌ষ্টিটিউটৰ ছাত্ৰী আৰু প্ৰথম অসমীয়া মহিলা-খ্ৰীস্টিয়ান আন্নি থুকুক নিধি লিবায়ে বিয়া কৰে। ২ এপ্ৰিল ১৮৫১ঃ থুকু মৰে। ৮ জুলাই ১৮৫৩ঃ ইতিমধ্যে ডাইবলি পাদুৰিৰ ছাত্ৰাবে ৫ জানুৱাৰী ১৮৫২ত ধৰম দিয়া ইলাইজা নচিমনি ওআৰ্ড'ৰ লগত আই. জে. স্টোডাৰ্ডে খ্ৰীস্টিয়ান বিধিৰে নিধিৰ বিয়া সম্পন্ন কৰে; বাটুলাৰ ছাত্ৰাৰ আছিল বিয়াৰ ৰেজিস্ট্ৰাৰ। কিন্তু দুখৰ বিষয় ১৮৫৩ৰ আগভাগতে ইলাইজাৰ মৃত্যু ঘটে। নিধি লিবাই ফাৰোৱেল কিমান দিন আছিল, আমি নিশ্চিতকৈ নাজানিছিলো; কিন্তু কিবা এটি সূত্ৰে শিৱসাগৰ নগৰৰ খ্ৰীস্টিয়ান কবৰখানাত নিধি লিবাইৰ কবৰ আছে বুলি জানিব পৰাত মোৰ পূৰণি ছাত্ৰ অধ্যাপক যোগেন চেতিয়াৰ হতুৱাই অনুসন্ধান কৰাই সমাধি-ফলকখনৰ ফটোগ্ৰাফ লোওৱা হয়। এনে এজন বিশিষ্ট লোকৰ সমাধি নগৰৰ মাজ-মজিয়াতে থকা বুলি নগৰৰ লোকসকলেও নাজানিছিল। চাৰিওফালে গছ-বন গজি উঠাত মাৰ্বল শিলৰ সমাধি-ফলকখন শেলুৱৈয়ে ঢাকি ধৰিছিল। ঘঁহি-মাজিহে তাৰ চিত্ৰ লোৱা সম্ভৱ হৈছিল। কবৰটি ওপৰৰ মগৰটো বাদ দি ৰংপুৰৰ ৰংঘৰৰ আকৃতিৰ, ওখই আঢ়ৈ ফুট, দীঘে ছাৱে চাৰি ফুট, পুতলে আঢ়ৈ ফুটমান। ফলকখন সমাধিৰ দক্ষিণ মূৰে এক বৰ্গ ফুটমান জোখৰ।[১] সমাধি-লিপি অনুসৰি আঢ়ৈ কুৰি বছৰ বয়সত ১৮৭৩ চনৰ ২৪ জানুৱাৰীত ফাৰোৱেলৰ মৃত্যু ঘটে। খ্ৰীস্টধৰ্মৰ সেৱক-ৰূপে তেওঁৰ প্ৰশস্তিও গোৱা হৈছে।

নিধি লিবাইৰ শেষ সমাধিৰ ওপৰৰ বাণীঃ

NIDHI LEVI FARWELL
THE FIRST CONVERT IN ASSAM
DIED JAN. 28TH 1873, AGE 50.
FROM BOYHOOD HIS LIFE WAS
SPENT IN MISSION SERVICE.
AS WRITER, PREACHER, POET AND
TRANSLATOR HE SHEWED UN-
COMMON ABILITY AND GREAT
FIDELITY.
.LET THE LORD BE MAGNIFIED.

[১] বৃত্যুৰে ব'তে পাওক জানিলে অসমৰ মাচিত অসমীয়া বাপ্টিস্ট কৰা উইলিয়াম্‌ ৱাৰ্ডৰ কবৰো একেখন কবৰখানাতে খ্ৰীস্টিয়ানসকলেৰে একেলগে কবৰত শয়ন কৰিবলৈ আছে। সেইটি কবৰ নিধিৰটিতকৈ অধিক দেখনিয়াৰ।

উদ্ধৰণৰোৱা যে কাপ্তেনজনে ধৰ্ম দিয়াৰ আজ্ঞা পাইছিল আৰু ১৯৫১ত Assistant Preacher, First Class নিযুক্ত হৈছিল। তেওঁৰ পুত্ৰ-সন্তান নাছিল, ছোৱালীহে আছিল; পত্নিকে তেওঁ দিয়ে পাৰৰ জয়পুৰ নামে ঠাইৰ সনুৰাম গগৈ নামৰ এটি ল'ৰা নিজৰ নাম-বংশ দি তুলি লৈছিল। আমি সদায়তে পোৱা "অৰুণোদই"ৰ ১৮৬১ৰ বছৰলৈকে তেওঁ পত্ৰিকাখনৰ সক্ৰিয় লেখক। তদুপৰি ১৮৬৫ত মিছন প্ৰেছৰপৰা তেওঁৰ "ভাৰতীয় দণ্ডবিধি আইন" ছপা হৈ ওলায় বুলি ডিকেন্সৰ লেওগে লেখিছে। তেওঁৰ আন এখন পুথি "পদাৰ্থ বিদ্যাৰ সাৰ অৰ্থাৎ ঈশ্বৰে প্ৰজা বনুৱা কথাৰ শিক্ষক ছাত্ৰৰ কথোপকথন" (Natural Science in Familiar Dialogue)। ১৮৭৪ চনত ডাক ই. ডব্লিউ. ক্লাৰ্কে সম্পাদন কৰি প্ৰকাশ কৰিছিল। হেমচন্দ্ৰ বৰুৱাৰ আত্মজীৱনী ৰচনাখনৰপৰা যি দেখা যায়, জানুৰাম বৰুৱাৰ আহিত ব্ৰাউনে প্ৰৱৰ্তন কৰা আৰু আন এজন ভাষাতত্ত্ব-বিশেষজ্ঞ ৰ্ন্চনে তেওঁৰ ঐতিহাসিক অভিধানত গ্ৰহণ কৰা আৰু "জনচাৰেক প্ৰাচীন ভাঙৰীয়াৰো" সমৰ্থন কৰা সৰলীকৃত বৰ্ণবিন্যাসৰ হকে ফাৰোৱেলে হেমচন্দ্ৰ আদিৰ মতৰ বিৰুদ্ধে কঠোৰ যুদ্ধ কৰিছিল। তেওঁ গীত ৰচনা কৰাৰ উপৰিও নিজে নতুন বাদ্য একডিয়ন বজাব পাৰিছিল আৰু তেওঁৰ মিছনেৰি ভ্ৰমণৰ সময়ত বহুটি লগত লৈ গৈ বজাই বজাই মানুহক আকৰ্ষণ কৰিব পাৰিছিল। আধুনিক অসমীয়া গদ্য-প্ৰৱৰ্তনৰ তেওঁৱে এজন প্ৰধান হোতা, সেই কথা নক'লেও হ'ব। ককা নীলমণি ফুকনে সোঁৱৰাই দিছে: "তেওঁ কবি আছিল; সুলেখক আৰু অনুবাদ কামত সুদক্ষ আছিল।"[1]

"অৰুণোদই"ৰ দুতিয় চোৱা, নম্বৰ ৪ত (এপ্ৰেল ১৮৪৭ দ্বিতীয় অং সঁক) 'শ্ৰীযুত বাবু আনন্দিৰাম ফুকন কাঁত্ৰিক ইংলণ্ডৰ বিবৰন' ছপা হয় আৰু ১১ বছৰ নম্বৰ ১২ত (ডিচেম্বৰ ১৮৫৬) 'ইংৰাজি আৰু অসমিয়া যি অভিধান অলপতে চপোৱা হব, তাৰে আঁহি' (A—Ablution) Anondoram Phukon-অৰ নাম দি উলিওৱা হয়। আমি পোৱাত আনন্দৰাম ঢেকিয়াল ফুকনৰ (১৮২৯-১৮৫৯) এই দুটিয়েই "অৰুণোদই"লৈ প্ৰত্যক্ষ লেখা। ১৮৪৯-ত প্ৰকাশিত হৈ যোৱা তেওঁৰ "অসমিয়া লৰাৰ মিত্ৰ" পুথিৰপৰা ব্ৰাউন, ডেনফোৰ্থ আদি সম্পাদকসকলে এটি-দুটিকৈ প্ৰবন্ধ "অৰুণোদই"ত উলিয়াইছিল। এইখিনি কাকতখনলৈ তেওঁৰ পৰোক্ষ দানহে হ'ল। 'বিভিচাৰ বিসয়ক' ৰচনা (৩. ৪, এপ্ৰিল ১৪৮৪) আৰু বাটলাৰৰ কিতাপৰপৰা দিয়া নগা, খামটি, মিচিমি, চিংফৌ, আবৰ, ডফলা আৰু অকাৰ বিবৰণ লেখা (৩.৬ জুন ১৮৪৮—৪.২ ফেব্ৰুআৰি ১৮৪৯) 'আ.'জন আনন্দৰাম হয় নে নহয়, ক'ব নোৱাৰিলো। সম্ভৱতঃ নহয়, কাৰণ হোৱা হ'লে গুণাভিৰামে এই বিশিষ্ট লেখাবোৰৰ উল্লেখ কৰিলেহেঁতেন। নতুনকৈ ১৮৪৬ত ওলোৱা "অৰুণোদয়ে" নিশ্চয় তৰুণ আনন্দৰামক অনুপ্ৰাণিত কৰিছিল। কলিকতাৰ আৰু এই কাকতখনৰ অনুপ্ৰেৰণাৰ ফল বোধ হয় 'ইংলণ্ডৰ বিবৰন'ৰ উচ্ছ্বাসিত কথাখিনি। ফুকনে চৰকাৰী বিষয়া-ৰূপে নগাঁৱত থাকিব লগীয়া হোৱাৰেপৰা তাত থকা ব্ৰন্চনৰ লগত তেওঁৰ বিশেষ সম্বন্ধ এটি গঢ় লৈ উঠে, আৰু তেতিয়াই তেওঁ প্ৰকৃতপক্ষে অৰুণোদই-গোষ্ঠীৰ ভিতৰত সোমাই পৰে। ব্ৰন্চনৰ লগত যুঁজা-বিদা কৰিয়ে তেওঁ মিলছ চাহাবৰ ওচৰত দাখিল কৰা স্মাৰক-পত্ৰ লেখে আৰু *A Few Remarks on the Assamese Language and on Vernacular Education in Assam* নামৰ পুস্তিকা লিখি শিৱসাগৰৰ মিছন প্ৰেছৰপৰা ছপাই উলিয়ায়। অসমীয়া ভাষাৰ হকে ৰণখনত সেই দেখি ব্ৰন্চনৰ দৰে তেৰো এজন প্ৰধান সেনাপতি। এই অৰ্থত ফুকন অৰুণোদই-গোষ্ঠীৰ এগৰাকী খাই মানুহ। অৱশ্যে তেওঁ যুঁজা ৰণখনৰ জয় ঘোষণা হৈছিল তেওঁৰ মৃত্যুৰ চৈধ্য বছৰৰ পিছতহে।

আনন্দৰামৰ আধ্যাত্মিক উত্তৰাধিকাৰী গুণাভিৰাম বৰুৱা (১৮৩৭-১৮৯৪) নবীন যোল বছৰমান বয়সতে অৰুণোদই-গোষ্ঠীত ভুক্ত হৈছিল 'কলিকতা নগৰত থকা এজন অচমিয়া লোক' নামেৰে সম্পাদকলৈ দুখন পত্ৰ লেখি (সেই ১৮৫৩ৰ পৰা)। এই চিঠিবিলাকৰ বিষয়-বস্তু আনন্দৰামৰ লেখাৰ অনুবাদ অৰ্থাৎ অনুকথন-স্বৰূপ: অসম দেশৰ লোকৰ বৰ্তমান অৱস্থাৰ কথা ভাবিলে শোক লাগে; তেওঁলোকে উন্নত ইংলেণ্ড আৰু ইংৰাজ জাতিৰ আত্মপ্ৰয়োগৰ আদৰ্শ ল'লে ভাল হয়; ল'ৰা-ছোৱালীক সমানে বিদ্যা-শিক্ষা

[1] 'অসমীয়া ভাষাত বাদ্মিতাৰ বিন্যাসৰ দান' (বিদ্যানৰ শতবাৰ্ষিকীত বক্তৃতা), "দৈনিক বাতৰি", ২৭ ফেব্ৰুৱাৰী ১৯৩৬।

দিয়া উচিত ; তেওঁলোকে নিজ ভাষা শিকা উচিত ; তেওঁলোকে বিদেশী বঙলা শিকিব লগীয়া হৈছে অথচ তাৰপৰা লাভ কৰিব পৰা নাই ; অসমীয়া ভাষা বঙলাতকৈও ওড়িয়াৰহে বেছি ওচৰ ; মদ্যপান আদি বদভ্যাস ত্যাগ কৰিব লগীয়া ; জগদীশ্বৰে যেন দেশৰ কল্যাণ কৰে। 'ডাঙ্গৰ বিসইৰ কথা' (মাৰ্চ ১৮৫৬) লেখা জ.ৰ. আৰু 'নানা দেসৰ সম্বাদ', 'কলিকতাৰ পৰা অহা পত্ৰ' আৰু 'মহাকবি কালিদাসৰ জিৱন বৃত্তান্ত' লেখা গ. সম্ভৱতঃ গুণাভিৰামেই। 'কলিকতা নগৰত থকা এজন অচমিয়া লোক'ৰ বিষয়ৰে বিস্তাৰ কৰি জি. ৰ. ৰাক্ষৰেৰে দশম, একাদশ আৰু দ্বাদশ ভাগৰ "অৰুনোদই"ত লেখে 'Works on the marriage of Hindoo widows' (১০.৭), 'ভৈটি খোৱাৰ নিসেধ কথা' (১০.৮), 'এজন কবি আৰু এজন বিয়াকৰণ সাস্ত্ৰ জনা পণ্ডিতৰ কথা' (১০.৯), 'ইংৰাজি বিদ্যা জনাৰ ফল' (১০.১১) 'অচমিয়া ভাসা' (১০.১২), 'বিধৱা বিবাহ' (১১.১, ১১.৯, ১২.৫, ১২.১১, ১৩.৩), 'বক্তৃতাৰ কথা' (১১.৫), 'ইংলণ্ড আৰু অচম দেস' (১১.৭), 'তিৰ্থ আৰু পুৰাণৰ উত্পত্তিৰ কথা' (১১.৮, ১১.১২), 'পুৰুযে তিৰোতাক জ্ঞি ৰূপে সমাদৰ কৰিব লাগে' (১১.১০), 'দুজনি বিধৱা চোআলিৰ বিবাহ হোআৰ কথা' (১২.১), 'মাত্ৰি ভাসাৰ সক্তি' (১২.৩)। বিধৱা-বিবাহৰ বিষয়ে গুণাভিৰামৰ চিন্তাৰ এটি বিস্তাৰ 'ৰাম নৱমী নাটক' এই জি. ৰ. নামতে ত্ৰয়োদশ বছৰ "অৰুনোদই"ত ওলাবলৈ ধৰে। ব্ৰহ্মনৰ নেতৃত্বত নগাঁও ছহৰৰপৰা অসমীয়া ভাষাৰ পুনঃপ্ৰচলনৰ অৰ্থে দিয়া স্মাৰক-পত্ৰতো গুণাভিৰামৰ দস্তখত দেখা পোৱা যায়। মুঠতে, ডেকা গুণাভিৰাম অৰুনোদই-গোষ্ঠীৰ কাৰ্য আৰু কীৰ্তিৰ অংশীদাৰ হৈ পৰিছিল।

ডিচেম্বৰ ১৮৫০ সংখ্যাত সন্নিৱিষ্ট 'চুটিয়া ৰজাৰ বংসাৱলি'ৰ শীৰ্ষত লেখা হৈছিল ANCIENT CHRONICLES OF THE CHUTIAS. Furnished by W. Robinson, Esq., Inspector of Government Schools in Assam. এই উইলিয়াম ৰবিন্সন কিন্তু অৰুনোদই-গোষ্ঠীৰ নীতি আৰু কাৰ্যৰ বিৰুদ্ধ লোক। তেওঁক লাগে অসমত বঙলা ভাষাৰ প্ৰচলন, কাৰণ অসমীয়া ভাষাটো তেওঁৰ মতে বঙলাৰে এটা আওঁজা ৰূপ মাথোন। এই ৰবিন্সনো অসমত অলপ দিনলৈ হ'লেও ধৰ্মপ্ৰচাৰৰ কাৰ্য কৰা বেপ্টিস্ট মিছনেৰি আছিল ; অৱশ্যে তেওঁ ইংৰাজ আৰু তেওঁ শ্ৰীৰামপুৰীয়া পাদুৰিহে আছিল। তেওঁ ১৮০৬তে দ্বিতীয় এজন ইংৰাজেৰে Criterion নামে জাহাজত কলিকতা পায়হি। আহি পোৱা মাত্ৰকতে কোম্পানিৰপৰা দুইকে আদেশ দিয়া হয় যেন কোম্পানিৰ আদেশ বিনে তেওঁলোকে কলিকতা নেৰে। তেওঁলোকৰ বিৰুদ্ধে মোকৰ্দমাও ৰুজু কৰা হয়। সেই সময়ত শ্ৰীৰামপুৰীয়া মিছনেৰি-সকলৰ প্ৰতিয়ে ইংৰাজ কোম্পানিৰ বিৰূপ মনোভাৱ আৰু কাৰ্য। ১৮১২-ত ৰবিন্সনক কলিকতা এৰি যাবলৈ আদেশ দিয়া হয়। তেওঁ যবদ্বীপলৈ বুলি যাত্ৰা কৰি জাহাজত উঠে কিন্তু বাটৰেপৰা পুনৰ কলিকতালৈ ঘূৰে। ডক্টৰ কেৰিয়ে এই সময়ত অসমত খ্ৰীস্টধৰ্ম প্ৰচাৰৰ সুযোগ বিচাৰি আছিল। ১৮০০-তে সেই ধৰ্ম গ্ৰহণ কৰা প্ৰথম বঙালী খ্ৰীস্টিয়ান কৃষ্ণচন্দ্ৰ পালক ১৮১৩-ত খাছিয়া পৰ্বতৰ চেৰাপুঞ্জিত প্ৰচাৰৰ কামত নিয়োগ কৰা হয়। তেওঁ খাছিসকলৰ মাজত কাম ভালেই আৰম্ভ কৰিছিল। ৰামচন্দ্ৰ নাথ নামে এজন স্থানীয় লোককো তেওঁৰ সহায়কৰূপে দিয়া হৈছিল। ১৮২৯ ছনত অসম উপতকাৰ মুখ্য আয়ুক্ত স্কটে ধৰ্মপ্ৰচাৰৰ নতুন উদগনি দিয়ে, সেই বছৰৰ জুলাইত জেমছ্ ৰে বোলা এজন গুৱাহাটীত স্থাপিত হ'ল। ৩০ ছেপ্টেম্বৰ ১৮৩২ত কলিকতাত বুৰ পোৱা উইলিয়াম্ ৰবিন্সনক ১৮৩৬ত (?) দ্বিতীয় মিছনেৰি হিছাপে পঠিওৱা হয়। কিন্তু সোনকালেই এই প্ৰথম মিছনৰ কাম উৰলি গ'ল। ৰেই ছৰকাৰী স্কুলত চাকৰি ল'লে। ৰবিন্সনে ভোটানত কাম কৰোঁগৈ বুলি অসম এৰিলে। কিন্তু চট্‌ফটীয়া স্বভাৱৰ তেওঁ পুনৰ গুৱাহাটীলৈ ঘূৰি আহি গোৱাহাটি ছেমিনাৰি নামৰ ছৰকাৰী ইংৰাজী স্কুলত যোগ দিয়ে। সময়ত তেওঁ তাৰ প্ৰধান শিক্ষক আৰু পিছত ছৰকাৰী পঢ়াশালিৰ পৰিদৰ্শক নিযুক্ত হয় আৰু ১৮৬৩ ছনলৈকে এই পদত থাকে। তেওঁ কলিকতাতে বঙলা ভাষা আয়ত্ত কৰিছিল আৰু তাৰ মোহত থাকি অসমলৈ আহিও অসমীয়া ভাষাটোকো বঙলাৰ এটা ৰূপ বুলি গণ্য কৰি আছিল। সেই ভ্ৰম তেওঁৰ কেতিয়াও নাভাগিল। ১৮৩৯ত তেওঁ ছেমিনাৰিত থকা সময়তে *Grammar of the Assamese Language* শ্ৰীৰামপুৰ প্ৰেছৰপৰা ছপোৱাই উলিয়াইছিল। ১৮৪৯ত কলিকতাৰ (Vol. XVIII, March 1849, pp. 183-237, Pt. II, 310-349) *Journal*

*of the Asiatic Society of Bengal*-অত তেওঁৰ 'Notes on the languages spoken by the various tribes inhabiting the valley of Asam and its mountain confines (Grammar and vocabulary of Asamese, etc., also Asamese compared with Bengali) বুলি এটা দীঘলীয়া প্ৰবন্ধ ওলাইছিল। তাতো অসমীয়া ভাষা সমস্ত ব্ৰহ্মপুত্ৰ উপত্যকাৰে কথ্য ভাষা আৰু দাঁতিকাষৰীয়া পৰ্বতীয়াসকলৰ লগতো আদান-প্ৰদানৰ মাধ্যম বুলি কৈও সি only corrupt dialect of Bengali—এনে ভাবহে প্ৰকাশ কৰিছে। ১৮৫০ত তেওঁ "অৰুনোদই"লৈ 'চুটিয়া বজাৰ বংসাৱলি' পঠিয়ায়। ১৮৫৪ত প্ৰকাশিত মফাট মিল্চৰ ৰিপোৰ্টত অসমৰ স্কুল আদালতত অসমীয়া চলাব লাগে বোলা পৰামৰ্শকো এই ৰবিন্চনেই কলিকতাত লাগি-মেলি নিৰন্ত কৰে। মুঠতে, ৰবিন্চন হ'ল পোহৰ "অৰুনোদই"ৰ আন্ধাৰ ফাল। তেওঁৰ একেখনি ভাল গ্ৰন্থ *An Account of Assam*.

"অৰুনোদই'ৰ নীতিৰ লগত একমত হ'ব নোৱৰা কিন্তু আধুনিক অসমীয়া ভাষাৰ এজন প্ৰধান দ্ৰষ্টা আৰু স্ৰষ্টা **হেমচন্দ্ৰ বৰুৱাই** (১৮৩৫-১৮৯৬) পোনতে অৰুনোদই-গোষ্ঠীৰ চক্ৰত সোমাব খোজা নাছিল, লাহে লাহেহে তাৰ পৰিধিৰ ভিতৰ সোমাইছিল। 'আৰ্চৰিত গচ' (জুন ১৮৫৭) লেখা H. Chunder, 'অনেক বিয়া কৰা অজুগুত' (এপ্ৰিল ১৮৫৬) আৰু 'দেশহিতৈষী শ্ৰীযুত অৰুনোদয় সম্পাদক চাহাবলৈ চিঠি' (অক্তোবৰ ১৮৬১) লেখা শ্ৰীসোনাৰ চাঁদ আৰু 'স্ত্ৰী শিক্ষা' (মেই ১৮৬১) লেখা হ.চ. আমাৰ হেমচন্দ্ৰ বৰুৱাই নিশ্চয়। এইবিলাক তেওঁৰ শ্ৰেষ্ঠ লেখা নহ'লেও তেওঁৰ বৈশিষ্ট্যবোৰৰ আগজাননী সিহঁতে দিয়ে। তেওঁ গুৰিবেপৰা "অৰুনোদই"ৰ জাদুৰাম-ব্ৰাউনীয় বৰ্ণবিন্যাসৰীতিৰ ঘোৰ বিৰোধী আছিল আৰু তাকে লৈ ব্ৰাউনে অসম আৰু "অৰুনোদই" এৰি যোৱাৰ পিছত ব্ৰাউন-পন্থীসকলৰ লগত যুঁজ কৰিছিল। বিশেষকৈ, সেই প্ৰসংগত তেওঁ অগ্নিশৰ্মা হৈ উঠিছিল "অৰুনোদই"ৰ প্ৰধান লেখক ফাৰোৱেলৰ প্ৰতি। সেই প্ৰসংগৰ কথা লেখোঁতে ফাৰোৱেলৰ কথাত 'সি', 'তাৰ' সৰ্বনাম লগাইহে অশোভন অৱজ্ঞা সূচাইছে। অসমীয়া ভাষাত তেওঁ তিনি হেজাৰ-বছৰীয়া সংস্কৃত বৰ্ণবিন্যাসৰ পক্ষপাতী। 'পৰিশেষত তেওঁৰ যত্ন সফল হ'ল'। ৰবিন্চনৰ ভাষাত Dr Carey's ridge-pole অসমলৈকে বাঢ়ি আহিল। এই প্ৰসংগতে এজন লেখকে লেখিছে বোলে, 'অৰুনোদই'ত 'ৱ'ৰ সলনি 'অ' ছপা হৈছিল। অৱশ্যে, 'ৱ'টো সীহত কটাই অনাৰ পিচত 'ৱ' ব্যৱহাৰ কৰিব লগীয়া ঠাইত 'অ'ৰ ব্যৱহাৰ নোহোৱা হ'ল। সৰ্বসাধাৰণে যি শব্দ যিভাৱে উচ্চাৰণ কৰে বা কৰিবলৈ ভাল পায় আৰু যি দৰে কৰিলে সকলোৱে বুজে, শব্দৰ বৰ্ণবিন্যাসো ঠিক সেই মতেই ৰাখিব লাগে—এইটোৱেই আছিল পাদুৰীসকলৰ বা 'অৰুনোদই' চলাওঁতাসকলৰ নীতি। তেওঁবিলাকে পোনেই 'ৱ' আখৰটো চলাব খোজা নাছিল। কিন্তু অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ পৰামৰ্শমতে সেই আখৰটো আমেৰিকাৰপৰা পোনে পোনেই সীহত ঢলাই অনাইছিল" (ফুল-চন্দন, ১৯৬৯, ২৯ পিঠি)। বুৰঞ্জীবিদ্ লেখকৰ (বেণুধৰ শৰ্মা) এই আখ্যানৰ অনুৰূপ ডিম্বেশ্বৰ নেওগ আদি আনসকলেও এনে উক্তি কৰা দেখা যায়। অৱশ্যে এওঁলোকৰ এনে ভ্ৰান্ত কথাৰ আলম হ'ল হেমচন্দ্ৰৰ উক্তি : "পৰিশেষত মোৰ যত্ন সফল হ'ল হয়, তথাপি 'ৱ' আখৰটোৰ ব্যৱহাৰ চলোৱা অসম্ভৱ যেন বোধ হ'ল। তাৰ কথাত নিধিয়ে জনচাৰেক প্ৰাচীন ডাঙৰীয়াবো মত লৈছিল। সেই বিষয়ত ঘাই আপত্তি আছিল এইটো যে, সেই আখৰ আমেৰিকাৰপৰা ঢলাই আনিব লাগিব ; কিন্তু মিছন সভা অধিক ব্যয় কৰিবলৈ মান্তি নহয়। মই গুৱাহাটীলৈ অহাৰ পিছত পাদ্ৰী ডক্টৰ কম্পৰ্ট চাহাবৰ সহায়তাৰ দ্বাৰা এই বিষয়ৰ সকলো আপত্তিৰ খণ্ডন হ'ল। আৰু 'ৱ'ৰ ব্যৱহাৰ চলিল।" 'ৱ'ৰ এই কাহিনী সত্যনে? "অৰুনোদই সম্বাদ পত্ৰ"ৰ 'প্ৰথম চোআ, ১ নম্বৰ'ৰ পহিলা পাতৰ শীৰ্ষত 'সিৱসাগৰ' আৰু সেই পিঠিৰ প্ৰথম স্তম্ভতে 'দেৱতা' আৰু 'সেৱা' শব্দ দুটা বিৰাজমান 'ৱ' আখৰটো লৈ। সেয়া হ'ল 'জানোআৰি ১৮৪৬ খ্ৰিষ্ট অঃ সঁক'ৰ কথা। গতিকে পোনৰেপৰাই "অৰুনোদয়ে" দেখোন 'ৱ' ব্যৱহাৰ কৰিছিল! তেতিয়া হেমচন্দ্ৰ দহ-এঘাৰ-বছৰীয়া ল'ৰা ; 'অসমীয়া ভাষাৰ ওজা' হৈ তেওঁ তেতিয়াও উঠিবৰ নৌ। অতএব দেখা যায়, তেওঁৰ পৰামৰ্শমতেহে "অৰুনোদয়ে" 'ৱ' হৰফটো সীহত ঢলাই অনা কথাটো সত্য হ'বই নোৱাৰে। 'ৱ'ৰ লগত ব্ৰাউন আদিৰ বিৰোধো নাছিল, কাৰণ সেই বৰ্ণৰ ধ্বনি অসমীয়া ভাষাৰ এক

বিশেষত্বই। কিন্তু হেমচন্দ্র বৰুৱাৰ নিৰ্দ্ধাৰিত পথে গৈ আমি য'ত 'ৰ' উচ্চাৰণ নোহোৱা ঠাইতো 'ৰ' লেখোঁ. ব্ৰাউন, ব্ৰন্সন আদিয়ে তেনে নকৰিছিল। শিৱসাগৰৰ আমেৰিকান বেপ্টিস্ট মিছন প্ৰেছৰপৰাই ১৮৬০ত (১৭৮১ শক) হেমচন্দ্ৰৰ যুগান্তৰকাৰী ১৭০-পিঠীয়া "অসমীয়া ব্যাকৰণ" ছপা হৈ ওলায়। সেয়া আধুনিক অসমীয়া ভাষাৰ এক নতুন যুগৰ পুনৰাৰম্ভণ, কাৰণ তাৰ শুভাৰম্ভ নতুন "অৰুনোদই"ৰ ধলফাট মেলোঁতেই হৈছিল।

এতিয়া "অৰুনোদই"ৰ অন্যান্য লেখক আৰু সম্পাদক, মুদ্ৰক, নক্‌চা লিখা খনিকৰ অৰ্থাৎ ব্লক-এনগ্ৰেভাৰ, পত্ৰ-লেখক আদিৰ তালিকা এটি লৈ সিসকলৰ কাৰ কি চিনাকি পোৱা যায় চোৱা যাওক। সৰহখিনি নামকে অতি চমুকৈ আৰু কেতিয়াবা বিকৃত কৰি লিখা হৈছিল। এনেকৈ চমুকৈ লেখকৰ নাম দিয়া নিয়ম 'আসাম বান্ধৱ' কাকততো চলিছিল। সেই বাবে অনেক সময়ত মূল নামবোৰ পোৱাত অসুবিধা ওপজে। নক্‌চা লিখা খনিকৰসকলৰ নাম ১৮৪৬-৫৩ বছৰবোৰৰ একেলগে বন্ধা পুথিৰ ইংৰাজী Index-অৰ লগতহে পোৱা গৈছে। সিসকলৰ ভিতৰত ইয়ঙৰ ছবি জুলাই ১৮৪৮ সংখ্যাত আৰু জৰ্জ বৰ্কচৰ 'শ্ৰীবৰ্কচ' স্বাক্ষৰ জুন ১৮৪৯ সংখ্যাৰ ঘোঁৰাৰ ছবিৰ তলত দেখা পোৱা যায়। দয়াৰাম চেটিয়াই শিৱসাগৰৰ মিছন ছপাশাল দেখি পয়াৰ কৰি তাৰ বৰ্ণনা লেখিছিল (ফেব্ৰুআৰি ১৮৫৩)। নক্‌চা কটা খনিকৰৰ কথাও তেওঁ কৈছে : "অৰুনউদই মধ্যে নক্‌চা জত আচে, / দিনে দিনে চাৰিজনে তাহাক কাটিচে। / পাঁচ চই দিনে তাক তৈয়াৰ কৰই, / দুই এক বাৰ বিনে আৰু নি দিয়ই।" এনে আঠজন নক্‌চা-কটীয়াৰ নাম পোৱা গৈছে। তাতে দুজন ছাহাব--নাথান ব্ৰাউন আৰু চেপিঙ্গ ছাহাব। বহু-সংখ্যক ব্লক কটা ইয়ঙ্গ হ'ল থামটি ডেকা। জৰ্জ বৰ্কচ ক'ৰ, ক'ব পৰা নহ'ল। এইসকল স্থানীয় লোক : কানুৰাম, তনুৰাম, তুলেচৰ, মহিৰাম।

অ. ?

অ.চ.ক. ?

অচমিয়া লৰাৰ মিত্ৰ—আনন্দৰাম ফুকন চাওক।

অৰুনোদই পাঠক এজন ?

অ.ল.ম.—আনন্দৰাম ফুকন চাওক।

অ.হ.দ. ?

আ.—আনন্দৰাম ফুকন চাওক।

আ.ই.দ. ?

আনন্দৰাম ফুকন—ওপৰত চাওক।

ইডা বি পাটন (১২ ১২)—এখন মাথোন ধৰ্মৰ বিষয়ে চিঠি লেখা (১২.১২) 'আমেৰিকা দেশৰ এজন পাদুৰি চাহাবৰ এটি ৬ বচৰিয়া জিয়েক।'

ইয়ঙ—"অৰুনোদই"ৰ নকচা কটা খনিকৰ। এওঁৰ এটি দুৰ্মূল্য চিত্ৰ জুলাই ১৮৪৮ সংখ্যাত ছপা হৈছে। এওঁ থামটি ডেকা। কাকতৰ বহুতোখিনি ছবিৰ ব্লক এওঁৰ কটা।

ই.হু.ব.—ইলাইজা হুইট্‌নি ব্ৰাউন। এওঁ ব্ৰাউনৰ (ওপৰত চাওক) পত্নী আৰু তেওঁৰ লগতে সদিয়ালৈ আহে। তাত আৰু জয়পুৰত থকাত আৰু শিৱসাগৰত থাকোঁতেও এওঁ শ্ৰীমতী কট্টাৰেৰে ল'ৰা-ছোৱালীৰ বাবে অসমীয়া পঢ়াশালি কেইবাখনিকৈও খুলিছিল। এওঁ অসমীয়া গণনৰ পুথি আৰু সাধুকথাৰ পুথিও লিখিছিল। এওঁ লেখা বাৰ্কাৰ চাহাবৰ মৃত্যুৰ বৰ্ণনা, বাথৰগঞ্জৰ ৰামগতিৰ কথাৰ ভাষা নিমজ আৰু প্ৰাণত লাগি যোৱা বিধৰ।

উং ? কলিকতাৰ "উপদেশক" নামৰ বঙলা মাহেকীয়া আলোচনী ?

উৎসৱানন্দ গোস্বামী, শ্ৰী (১৬.৬)—এওঁ পঢ়াশালি-পৰিদৰ্শক আছিল।

এই সংসাৰৰ এজন লোক ?

এজন অচমিয়া লোক, কলিকতা নগৰত থকা—গুণাভিৰাম বৰুৱা চাওক।

এজন মিত্ৰ (১২.১২) ?

এজন স্কুলৰ ছাত্ৰ (১২.১২, ১৬.৮) ?

ও.=উইলিয়াম্ বাৰ্ড (চাওক) ?

ও.ও.=উইলিয়াম্ বাৰ্ড্ (চাওক) ?

ওপৰ অসমত থকা এজন অচমিয়া লোক ?

ক. (২.৬, ১২.৮)—১৩ জুলাই ১৮৪৫ত বুৰ পাই প্ৰায় দুকুৰি বছৰ ধৰ্মপ্ৰচাৰকৰ কাম কৰা আৰু বিখ্যাত গধুলা বুকাছ ব্ৰাউনৰ পিতৃ কলিবৰ (ধোবা) ? (পিছত কলিবৰ চাফৰ্ড ?)

ক. ভ. ?

কট্টাৰ, ওলিভাৰ টি.—"অৰুনোদই"ৰ মুদ্ৰক। এওঁ শ্ৰীমতী কট্টাৰেৰে মৌলমেইনৰপৰা নাথান ব্ৰাউনৰ ( চাওক ) লগত এক ছপাশাল লৈ আৰু মিছনৰ ভৱিষ্যত ছপা আৰু প্ৰকাশন বিভাগৰ অধ্যক্ষ-ৰূপে সদিয়ালৈ আহে। "অৰুনোদই"ৰ আৰম্ভৰেপৰা মুদ্ৰক আৰু প্ৰকাশক-ৰূপে এওঁৰ নাম সংবাদপত্ৰ আৰু গিয়ানভণ্ডাৰ তাঙৰণে বহন কৰিছিল। ১৮৫২ৰ সপ্তম বৰ্ষৰ অষ্টম ( আগস্ট ) সংখ্যালৈকে তেওঁ সেইৰূপে থকাৰ পিছত কাম এৰে। ১৮৪১ৰ ৮ ডিচেম্বৰত এওঁ শিৱসাগৰ পাই দিখৌৰ পাৰত কেণ্টনমেণ্টৰ ওচৰত প্ৰেছ পাতিছিল। সেই স্মৃতিৰ অৱশিষ্ট খ্ৰীস্টিয়ান মৰিশালিখন মাত্ৰ আছে।

কট্টাৰ, শ্ৰীমতী হেৰিয়েট বি. এল্.—ওলিভাৰ টি. কট্টাৰৰ ( চাওক ) মেম। এওঁ স্বামী আৰু ব্ৰাউনসকলৰ লগত সদিয়ালৈ আহি তাত, জয়পুৰত আৰু শিৱসাগৰত বহুতোবোৰ অসমীয়া মাধ্যমৰ পঢ়াশালি খোলে। শিৱসাগৰতে তেওঁলোকৰ চৈধ্যখন স্কুল হৈছিল। ১৮৪০ত জয়পুৰৰ আমেৰিকান বেপ্টিস্ট মিছন প্ৰেছৰপৰা এওঁৰ ২৫২-পিঠীয়া *Vocabulary and Phrases, in English and Assamese* ( শব্দাৱলী আৰু খণ্ডবাক্য ) ছপা হৈ ওলায়। ১৮৭৭ত এডোৱাৰ্ড ডব্লিউ. ক্লাৰ্কৰ সম্পাদিত ৰূপত শ্ৰীমতী কট্টাৰৰ ৯৮-পিঠীয়া *Phrases in English and Assamese* শিৱসাগৰৰ মিছন প্ৰেছৰপৰা প্ৰকাশিত হয়।

কনকচন্দ্ৰ সৰ্ম্মা, শ্ৰী ( ১২.৪ ) ?

কম্বুকণ্ঠ শৰ্ম্মা, শ্ৰী ( ১২.৯ ) ?

ক.ৰ. চ.—? কান্দুৰা বলিন স্মিথ ?

ক. স. ?

কা.—? কান্দুৰা বলিন স্মিথ ? কৈৱৰ্ত-কুলীয়া কান্দুৰাই ১৮৪৭ ফেব্ৰুৱাৰীত নগাঁও অফেন ইন্‌স্টিটিউটত প্ৰৱেশ কৰে, ১৩ জুন ১৮৪৯ত বুৰ পায়, আৰু পিছত বহুত বছৰ মিছনেৰি-ৰূপে গুৱাহাটী মিছন চলায়। এওঁ স্তুতি-গীতো ৰচে।

কাতিৰাম গোঁহাই, শ্ৰী ?

কানুৰাম—"অৰুনোদই"ৰ নক্চা-কটীয়া খনিকৰ।

কিনাৰাম সত্ৰিয়া=বোধ হয়, ১০.১ৰ শ্ৰী কিনাৰাম দত্ত, সত্ৰ কমলা বাৰি।

কু.=৬ জুলাই ১৮৫১ত শিৱসাগৰত বুৰ পোৱা কুন্তি কেৰলাইন চাইমন ? "অৰুনোদই"ৰ আন এগৰাকী স্থানীয় লেখিকা সুভদ্ৰি ( চাওক )। কুন্তিয়ে ২৫ ডিচেম্বৰ ১৮৫১ত পূৰ্বতে ২০ ডিচেম্বৰ ১৮৪৫ তাৰিখে বুৰ পোৱা আৰু বাতিৰাম দাস পেকৰ সম্পৰ্কীয় ৰামচিঙ্গক বিয়া কৰে।

কেৰি—বাইবেলৰ কেইশাৰীমানৰ অনুবাদ দিয়া ( ১১.৮ ) এইজন কোন ? ডক্টৰ উইলিয়াম কেৰিনেকি ?

কৃষ্ণকান্ত অধিকাৰ গোঁসাই, কমলা বাৰি সত্ৰ ( ১০.৪ )।

ক্লাৰ্ক, এডোৱাৰ্ড ডব্লিউ.—ক্লাৰ্ক আৰু শ্ৰীমতী ক্লাৰ্কে ১৮৬৯ত শিৱসাগৰত থকা পাদুৰি উইলিয়াম্ বাৰ্ড্ আৰু শ্ৰীমতী বাৰ্ডৰ ঠাই লয়হি আৰু তেওঁয়াৰপৰাই সম্ভৱতঃ ১৮৭৬ত তেওঁলোকৰ-

পৰা এ. কে. গাৰ্নিয়ে কাম চৰ্মজি লোৱালৈকে শিৱসাগৰ কেন্দ্ৰৰ অধিকাৰ-ৰূপে থাকে। ১৮৭১ত ক্লাৰ্কে চাহ-বাগিচাৰ বনুৱাৰ মাজত ধৰ্মপ্ৰচাৰ আৰম্ভ কৰে আৰু গাৰোসকলৰ মাজত কামত কৃতকাৰ্যতা লাভ কৰি আও নগাসকলৰ ফালে মনোযোগ দিয়ে। এপ্ৰিল ১৮৭২ : ক্লাৰ্ক-দম্পতি নগা পৰ্বতলৈ যায়। ২ মাৰ্চ ১৮৭৬ : শ্ৰীমতী ক্লাৰ্ক আমেৰিকাত থকাত ক্লাৰ্কে হাইমং নামে নগা-চাগুত ঘৰ লয়গৈ ; পিছৰ বছৰ শ্ৰীমতী তেওঁৰ লগ লাগেগৈ। এই দম্পতিয়ে আও ভাষাত পুথি লেখি উলিয়াইছিল। ১৮৭৩, ১৮৭৪, ১৮৭৫ৰ কোনো সময়ত সম্ভৱতঃ ক্লাৰ্ক "অৰুণোদয়"ৰ সম্পাদক হৈছিল। ১৮৭৭ত এওঁ সম্পাদনা কৰি শ্ৰীমতী কট্টাৰৰ ( চাওক ) ১৮-পিঠীয়া *Phrases in English and Assamese* শিৱসাগৰ মিছন প্ৰেছৰপৰা প্ৰকাশ কৰে।

খে.· পাওকৰাৰ বিষয়ে কেইশাৰীমান ( মাৰ্চ ১৮৫২ ) লেখা এই খে. সম্ভৱতঃ যোৰহাটৰ মিছনেৰি পঢ়াশালিত কাম কৰা খেটকেশ্বৰ পণ্ডিত। এওঁ "অৰুনোদই"ৰ বাৰ্তাবিযোগানিয়াৰো ( ডিচেম্বৰ ১৮৫০ )।

গ.· ·গুণাভিৰাম বৰুৱা চাওক।

গাৰ্নি, এ. কে.—২৯ মেই ১৮৪৫ত আমেৰিকা মিল দেশত কান্বাৰলেণ্ডত জনমি, ১৮৭১ত গ্ৰেজুৱেট আৰু ১৮৭৪ত পাদুৰি হৈ সেই বছৰেই ডিচেম্বৰত দেশ এৰি এ. কে. গাৰ্নিয়ে মাৰ্চ ১৮৭৬ত শিৱসাগৰৰ মিছন প্ৰেছৰ ভাৰ লয়হি। ১৮৭৮ চনৰ এক ৰিপোৰ্টমতে কিছু দিনৰপৰা তেওঁ "অৰুণোদয়"ৰ সম্পাদক হৈ আছিল। ১৮৭৯ৰ আন এটা ৰিপোৰ্টত গাৰ্নিয়ে "অৰুণোদয়"-সম্পাদনৰ জঞ্জালৰ কথা উল্লেখ কৰিছে। সম্ভৱতঃ তেওঁ ১৮৭৬-৭৯ৰ ভিতৰত সম্পাদক আছিল। তেওঁৰ এখনি পুথি "কামিনীকান্ত" অসম সাহিত্য সভাৰপৰা ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ সম্পাদিত হৈ পুনঃপ্ৰকাশিত (১৯৬০), আন "এলোকেশী বেশ্যাৰ বিষয়" ( ১৮৭৭ ), ইত্যাদি, আৰু বাইবেলৰ ৰূথ, বিচাৰকৰ্তা, য়িহুচুৱা আদি খণ্ডৰ ভাঙনি ( ১৮৮০ )। ১৮৮৩-১৮৮৫, এই কালছোৱা অসমৰপৰা আঁতৰি থাকি এওঁ ১৯০৭ পৰ্যন্ত শিৱসাগৰত বাস কৰিছিল আৰু নতুন এখন আলোচনীও উলিয়াইছিল। ইতিমধ্যে ব্ৰাউন, ফাৰোৱেল, হোৱাইটিঙে আৰু ৱাৰ্ডে বহুতখিনি আগ বঢ়াই থোৱা বাইবেলৰ সম্পূৰ্ণ ভাঙনিৰ কাম এওঁ পূৰ কৰে, আৰু সেইখন ১৯০৩ত প্ৰকাশিত হয়।

গোবিন্দৰাম ভূ'য়া, শ্ৰী ( ১২.১০ 'নগাঁও জিলাৰ বৰ্ণন' )। এওঁ কলিয়াবৰপৰা আহি নগাঁও চহৰত বসতি কৰা জনাৰ্দন ভূঞা মহাফেজৰ পুত্ৰ।

ঘ.—ঘি. চাওক।

ঘ. ল. প.—ঘি. চাওক।

ঘি. = ঘ. = ঘ. ল. প = G.L.P. = ঘিনাই লাইনচ পেক। নগাঁৱৰ মিছন পঢ়াশালিৰ ছাত্ৰ-ৰূপে ঘিনায়ে খ্ৰীস্টিয়ান ধৰ্ম গ্ৰহণ কৰে আৰু নগাঁৱতে ৪ জানুৱাৰী ১৮৫২ত ডাইৰ্বলি ছাহাবৰপৰা বুৰ পোৱা ভুটকৰি চুচন কোলবিৰে ব্ৰন্সন ছাহাবে ঘিনাইৰ বিয়া সম্পন্ন কৰে।

চ. ( ১০.৪ )?

চ. অ. ক.—? ব্ৰন্সন ছাহাবে নগাঁৱত ২৯ নবেম্বৰ ১৮৪৬ত বুৰ দিয়া আলিম চামুএল কালডোএল?

চিকা দাস—'শ্ৰীচিকা দাস সিৱসাগৰতে বাস/আঠোঁহো কৰিয়া ৰই।' পিছৰ 'অৰুনোদই'ত 'ইস্কুল পণ্ডিত' উপাধি সংযোজিত হৈছে।

চি. দ. ( ১০. ৪, ১০. ১০, ১০. ১২ ) = চিকা দাস ইস্কুল পণ্ডিত ?

চি. দ. প.—( ১১.২, ১২.৯ )—চিকা দাস ( ইস্কুল ) পণ্ডিত ?

জ. ট. ? জেমচ ট্ৰিপ ? জ. ত. চাওক।

জ. ত.—সম্ভৱতঃ জেমচ সিৱৰাম ট্ৰিপ। শিৱৰাম নগাঁও মিছন স্কুলৰ ছাত্ৰ আছিল। ব্ৰন্সনে ২৯ নবেম্বৰ ১৮৪৬ত নগাঁৱত এওঁক বুৰ দিলে। ২৪ নবেম্বৰ ১৮৫১ : ডেনফোৰ্থে পতি

নামে কন্যাৰে জেমচ ট্ৰিপৰ বিয়াহ সম্পন্ন কৰে। ১৮৫১তে নতুনকৈ গঠিত বেপ্টিস্ট এছোচিয়েছনৰ দ্বাৰা Native Assistant নিযুক্ত হয়। এওঁ ধনিৰামেৰে ( ধ. ল. হ. চাওক ) আমেৰিকা ভ্ৰমণ কৰিছিলগৈ ব্ৰন্সনৰ লগত। দুয়োজনে তাতে হেমিলটন কলেজত পঢ়িছিল। ঘৰলৈ ঘূৰি আহি ট্ৰিপে মিছনৰ কাম সৰহ দিন কৰিবলৈ নাপালে। ১৮ নৱেম্বৰ ১৮৫৩ত ট্ৰিপৰ মৃত্যু হয়।

জ. ৰ ( ১১. ৩ )—গুণাভিৰাম বৰুৱা চাওক।

জৰ্জ বকচি—"অৰুনোদই"ৰ নক্চা লিখা খনিকৰ। এওঁক ১২ জুলাই ১৮৪৬ত ব্ৰাউনে বুৰ দিয়ে। এওঁৰ পূৰা নাম হয়গৈ বক্চি জৰ্জ কমিঙ্গ।

জাতিৰাম গোঁহাই, ( ১১. ১১ )—'লিখক শ্ৰীজাতিৰাম গোঁহাই [ দাস ]। অচম দেসৰ মহা মিত্ৰ শ্ৰীজুত পাদুৰি। আৰ ব্ৰেও চাহাবৰ সৈতে। পুলিপেনাং মাজুলিত কৰিচিলো বাস।'—এয়ে তেওঁৰ আত্ম-পৰিচয়।

জি. ( ১০. ২, ১০. ৩, ১০. ৫, ১০.৬ )—গুণাভিৰাম বৰুৱা চাওক।

জি. ৰ. ( ১১. ১, ১১. ৫, ১১.৭, ১১. ৮, ১১. ৯, ১১. ১০, ১১, ১২, ১২. ১, ১২. ৩, ১২. ৫, ১২. ১১, ১৩. ৩, ১৩. ৪, ১৩. ৭, আদি )—গুণাভিৰাম বৰুৱা ?

জে. ট. ?—জেমচ ট্ৰিপ ? জ. ত. চাওক।

জোব—?

ডেনফোৰ্থ, এপ্‌ল্টন হাও—মেই ১৮৪৮ঃ দেশৰপৰা ডেনফোৰ্থ-( দেনফৰ্থ, দেনপৰ্ত ) দম্পতি গুৱাহাটী পায়হি। জানুৱাৰী ১৮৫৫ঃ শিৱসাগৰলৈ বদলি। ১৮৫৫, ১৮৫৬, আৰু জানুৱাৰী ১৮৫৭ৰ "অৰুনোদই"ৰ সম্পাদক। ১৮৫৭ত গুৱাহাটীলৈ যাব লগীয়া হয়। ১৮৫৮ঃ 'চিপাহী-বিদ্ৰোহ'ৰ পৰিপ্ৰেক্ষিতত মিলিটেৰি পোছাক পিন্ধি দৈনিক কুচ-কাৱাজ। সেই বছৰতে নগাঁৱলৈ গৈ কাম আৰম্ভ কৰিয়েই সৰ্পাৰিবাৰে স্বাস্থ্যৰ হকে অসম এৰি যাব-লগীয়া হয়। এওঁৰ অনূদিত এখন ট্ৰেক্ট "আপত্তিনাশক" ( ১৮৭০ ? ) ( জি. মাথিৰ Hindu Objection to Christian Religion Answered)।

ত. থ. ( ১২. ৯ ) ?

তনুৰাম—"অৰুনোদই"ৰ নক্চা-কটীয়া খনিকৰ।

তুলেচৰ—"অৰুনোদই"ৰ নক্চা-কটীয়া খনিকৰ।

তোমালোকৰ পৰম মিত্ৰ এজন ( ১৩. ২ ) ?

থ. ( ১০. ১, ১০. ২, ১০. ৩ ) ?

থ. ত. ( ১২. ১২ ) ?

দ.—দাইবলি, গতলব চি. ? এওঁ আদিতে জাৰ্মান দেশৰ মানুহ, পোনতে জাৰ্মান লুথাৰান মিছনৰ পাদুৰি হিছাপে তেজপুৰত কাম কৰি আছিলহি, পিছত নগাঁৱলৈ আহি ১৮৫১ত (?) বেপ্টিস্ট মিছনেৰি-ৰূপে আজ্ঞা লাভ কৰে। এওঁ ভাল ধৰণৰ স্কুল পাতি শিক্ষা-বিস্তাৰত যত্নপৰ হৈছিল। ২১ এপ্ৰিল ১৮৫৩ঃ মাউৰ লাগি বহুত কষ্ট পাই মৃত্যু।

দ. ক.—?

দয়াৰাম চেটিয়া—'মোৰ জানা নিজ গ্ৰাম উত্তৰ পাৰত,/জন্ম ধৰি আচোঁ মই আহোম কুলত।'

দুৰ্গাপ্ৰসাদ দত্ত দাৰোগা—পুৰাণৰপৰা লৈ ভাৰতবৰ্ষৰ ৰজাসকলৰ ভোগৰ কালৰ পৰিমাণ দিওঁতা ( জুন ১৮৫১ )।

দে ( ৯. ৯, ১০. ১ ) = ডেনফোৰ্থ ? নে দেহিৰাম আলফৰ্ড বেনেট, যাক ব্ৰন্সনে গুৱাহাটীত ২১ নৱেম্বৰ ১৮৪৭ত বুৰ দিয়ে ? বেনেটে অসমীয়া স্তুতি-গীতৰ পুথিৰ বহুতোখিনি গীত লেখে।

ধ.=ধনিৰাম ? ধ. ল. হ. চাওক।

ধনিৰাম = ধনিৰাম লুচিএন হেইডন। ধ. ল. হ. চাওক।

ধৰ্মকান্ত গোহাই ( ১০. ৪ )—'গুআহাটিৰ বিৱৰন'ৰ পদ্যৰ লেখি তাৰ ভণিতা দিছে এই বুলি ঃ 'কুঁৱৰই গাঁৱা খেল বুৰা গোহাঁই বংসৰ,/এই নগৰৰ মধ্যে দলঙ্গ পাৰে ঘৰ,/প্ৰকাৰেই বুজিও

কুলৰ পৰিচই./ধৰ্মকান্ত গোহাঁই এই নিবেদন কই।'

ধ. ল. হ.=ধ ?=ধনিৰাম=লুচিএন হেইডন=ধনিৰাম লুচিএন হেইডন। এওঁ সবুতে নগাঁও মিছন স্কুলৰ ছাত্ৰ আছিল। তেতিয়াই তেওঁ "অৰুনোদই"লৈ (জানোৱাৰি ১৮৪৮) এজন ল'ৰা কাপোৰত জুই লাগি মৰাৰ বিৱৰণ পঠাইছিল। এওঁক ব্ৰন্সন ছাহাবে ২৯ নবেম্বৰ ১৮৪৬ত বুৰ দিয়ে। ১৮৪৬তে শিৱসাগৰ আৰু নগাঁও ছহৰত থকা পাদুৰি ছাহাব-মেমেৰে জাহাজে ধনিৰাম আৰু তেওঁৰ লগৰীয়া সিৱৰাম (জে. ত. চাওক) আমেৰিকা পায়গৈ। ১৮৫১ঃ নতুনকৈ গঠিত বেপ্টিস্ট এছোচিয়েছন্ অৱ্ আসামে এওঁক Native Assistant নিয়োগ কৰে। ১৩ অক্টোবৰ ১৮৫২ঃ গুৱাহাটীত ডেনফোৰ্থ ছাহাবে বাৰৰি মেৰি ইলাইচাৰে খ্ৰীস্টিয়ান বিধিৰে ধনিৰামৰ বিয়া সম্পন্ন কৰিছিল। আগষ্ট ১৮৫৭ৰ 'অৰুনোদই'ৰ গ্ৰাহকৰ তালিকাত দেখা যায় এওঁৰ নাম এনে-ৰূপে ঃ Baboo Lucian D. Haydon, Sub Inspector of Govt. Schools.

ন. ল.—ওপৰত নিধি লিবাই ফাৰোৱেল চাওক।

ন. ল. ফ.—ওপৰত নিধি লিবাই ফাৰোৱেল চাওক।

নু.—নুমলি চাৰ্ফৰ্দ (গোলাঘাট)? ব্ৰাউনে ৭ নবেম্বৰ ১৮৪৭ত নগাঁৱত নুমলিক বুৰ দিয়ে।

পদাৰ্থ বিদ্যা (১০. ১১) বঙলা পুঁথি? ফাৰোৱেলৰ পুঁথি?

পদ্মধৰ সৰ্মা, শ্ৰী—?

পদ্মধৰসম, শ্ৰী—? শ্ৰীপ্ৰেম (পদ্ম) ধৰ শৰ্মা?

প. ৰা. স. (১১.১)—? 'শিৱসাগৰত সভা পতা কথা' লিখা ইজন শিৱসাগৰৰে লোক হ'ব। পূৰ্ণানন্দ সৰ্মা ডেকা বৰুআ?

প. স.—পূৰ্ণানন্দ সৰ্মা ডেকা বৰুআ?

পু. স.—পূৰ্ণানন্দ সৰ্মা ডেকা বৰুআ?

পূৰ্ণানন্দ দত্ত ৰাজখোআ দাৰোগা মোকাম ডিবুবুগৰ (১১. ৩)—?

পূৰ্ণানন্দ সৰ্মা—"অৰুনোদই"ত এওঁৰ প্ৰথম প্ৰকাশিত পয়াৰত (চেপ্তেম্বৰ ১৮৫৩) এওঁ নিজকে 'সিবসাগৰ নিৱাসি শ্ৰীপুৰনাননদ সৰমা, মহোৰিৰ ক্ৰিমিনল কউৰট' বুলি চিনাকি দিছে ঃ "এই পয়াৰৰ সকলো সাৰিৰ প্ৰথম প্ৰথম আখৰ পাঁহলেই ৰচনা কৰাৰ নাম ওলাব।" পিছৰ লেখাবোৰত তেওঁৰ স্বাক্ষৰ Sri Purnanond Sorma. এওঁ পূৰ্ণানন্দ চোট ছাহাব নামে পিছৰ ডোখৰত জনাজাত। ১৮৫৫ত Sri Purnanond Deka Borua নামত "অৰুনোদই"লৈ এৰে' লিখিছিল।

প্ৰ. চ. দ.—প্ৰৱালচন্দ্ৰ দাস?

প্ৰৱালচন্দ্ৰ দাস—গুৱাহাটীৰপৰা খবৰ-বাতৰি পাঠাওঁতা (মাৰ্চ ১৮৫৩)।

প্ৰাণনাথ বৰুৱা—?

ফ.—?

ফ. দ. (১০.৬, ১০.৮, ১১.১, ১১.২, ১১.৩)—?

ব.—বাতিৰাম দাস পেক? ৰ. চাওক।

বং—বাতিৰাম দাস পেক? ৰ. চাওক।

ব. দ.—বাতিৰাম দাস পেক? ৰ. চাওক।

ব. ন—? এই স্বাক্ষৰত যথেষ্ট লেখা প্ৰকাশ পাইছিল (বৰ্তমান সংকলনৰ বাহিৰেও চাওক ১০.১, ১০.৩, ১০.৫, ১০.৬, ১০.৭, ১০.৮, ১০.১১, ১০.১২, ১১.৫, ১১.৬, ১১.৭, ১১.১১, ১১.১২, ১২.১, ১২.৩, ১২.১০, ১২.১২, ১৩.৫)। সম্ভৱতঃ এওঁ এজন দেশীয় খ্ৰীস্টিয়ান।

ৰ. ন. চ. (১২.৭)?

ব. প.=বাতিৰাম=বাতিৰাম দাস পেক ? দ্ৰ. চাওক।

বাট্‌লাৰ্‌, কাপ্তান—নগাঁও জিলাৰ ভাৰপ্ৰাপ্ত এইগৰাকী ইংৰাজ বিষয়ায়ো চিঠিযে খবৰ পঠাইছিল ( জুলাই ১৮৫৩ )।

বি. দ. ম.. ( ১৬.৮ ) ?

বিদ্যালয়-পৰিত্যাগী ছাত্ৰ ( ১৩.৫ )—?

বি. প. ( ১০.১২ )=বাতিৰাম দাস পেক ? দ্ৰ. চাওক।

বিবিধাৰ্থ সংগ্ৰহ—কাৰ পুথি ?

বিং সং=বিবিধাৰ্থ সংগ্ৰহ। কাৰ পুথি ?

দ্ৰ.=ব.=বং.=ব.দ.=ব.প.=বি.প.=বাতিৰাম দাস পেক। এওঁ চতুৰ্থ অসমীয়া আৰু প্ৰথম কায়স্থ কুলীয়া অসমীয়া খ্ৰীস্টিয়ান। এওঁ নিধিৰ দৰে সদিয়া মিছন স্কুলৰ ছাত্ৰ আছিল আৰু মিছন প্ৰেছত চাকৰি লৈ জয়পুৰলৈ আহে। তেওঁক মুখ্য মুদ্ৰক কৰা হয়। ১৮৪৩ত এওঁ শিৱসাগৰলৈ আহি হিন্দু সমাজত প্ৰতিপত্তি পাইছিল। কিন্তু এবাৰ বৰ অসুখত ভোগাৰ পিছত মন চলাত ৯ মাৰ্চ ১৮৪৫-ত তেওঁ খ্ৰীস্টৰ নামত দখো নৈত বুৰ লয়। এই কথাই হিন্দুসকলৰ মাজত গভীৰ চাঞ্চল্যৰ সৃষ্টি কৰে। ৪ এপ্ৰিল ১৮৪৯ঃ গুৱাহাটীৰ বেপ্টিস্ট গীৰ্জাত চাইৰাছ্‌ বাৰ্কাৰ ছাহাবে মইনা নামৰ কইনাৰে খ্ৰীস্টিয়ান বিধিমতে এওঁৰ বিয়া সম্পন্ন কৰে। ১৮৫১ত এওঁক Assist. Preacher First Class খিতাপ দিয়া হয় আৰু নব-প্ৰতিষ্ঠিত বেপ্টিস্ট এছোচিয়েছনে তেওঁক ওলিভাৰ টি. কট্ৰাৰেৰে যুটীয়াকৈ Writer নিয়োগ কৰে। এওঁ অন্ততঃ এখন Tract আৰু কিছু স্তুতি-গীত ৰচনা কৰে। এওঁৰ গদ্য লেখাখিনিও সলসলীয়া। ২৮ মেই ১৮৫৩ঃ পেকৰ মৃত্যু হয়। এওঁৰ মৃত্যুত নিধি লিবাই ফাৰোএলে শোক প্ৰকাশ কৰি 'অৰুনোদই'লৈ টোকা লেখিছিল ( পৃ. ৯৬৫ )।

ব্ৰন্সন, ডক্টৰ মাইল্‌ছ্‌। ওপৰত চাওক।

ব্ৰাউন, ডক্টৰ নাথান। ওপৰত চাওক।

ব্ৰাউন, শ্ৰীমতী ইলাইজা হুইট্‌নি—ই. হু. ব. চাওক

ব্ৰাওন চাহাব, শ্ৰীযুত, আৰু শ্ৰীমতী মেম চাহাব ( ১৬.১০ )—ওপৰত ডক্টৰ নাথান ব্ৰাউন চাওক।

ভ.—৭ ছেপ্টেম্বৰ ১৮৫১ত খ্ৰীস্টত বিশ্বাসেৰে হোৱাইটিঙৰপৰা শিৱসাগৰ জিলাত বুৰ পোৱা ভদ্ৰাম অৰ্চামিয়া ? পিছত ভদৰাম হেনৰি জেকচন ? ভ. ম. ৱ. ( চাওক ) বা ভোআই মনৰো উড্‌ ?

ভ. ম. ৱ.—সম্ভৱতঃ ভোআই মনৰো উড্‌ ( Monroe B Wood )-১৮৫১ত বেপ্টিস্ট এছোচিয়েছনৰ Native Assistant-ৰূপে নিযুক্ত। আৰু সম্ভৱতঃ ৪ জানুৱাৰী ১৮৫২-ত নগাঁৱত গতলৰ চি. দাইৰ্বলি পাদুৰিৰপৰা বুৰ পোৱা ৰাতিৰবি মাৰ্গৰেত দৰ্কচৰ লগত ১০ ফেব্ৰুৱাৰী ১৮৫৪ তাৰিখে ব্ৰন্সন ছাহাবে ভোআইৰ খ্ৰীস্টিয়ান বিৱাহ সম্পন্ন কৰিছিল।

ভ. শ. স. স. ( ১২.১৯ )—'জ্ঞান প্ৰদায়িনি সভাৰ সম্বাদ' দিয়া ইজন তাৰ চাগৈ সম্পাদক।

ভোগাই—'অৰুনোদই'ৰ নক্‌চা-কটীয়া খনিকৰ।

ম.—সবু-ডাঙৰ বহুতোখিনি লেখাৰ লেখক এইজন খুব সম্ভৱ ডক্টৰ মাইল্‌ছ ব্ৰন্সন ( চাওক )।

মনিৰাম দত্ত, শ্ৰী ( ১০.১১ )—মাজুলিত পোৱা আৰ্চাৰিত ধৰণৰ এক স্ফুলৰ বিষয়ে লেখা চিঠিখন মণিৰাম দেৱান বৰভণ্ডাৰ বৰুৱাৰে হোৱাটো অসম্ভৱ নহয়। দেৱানে অসমত সোণ কমোৱা সম্পৰ্কে এটা টোকা কলিকতাৰ এছিয়াটিক ছোচাইটিলৈ জেংকিন্সৰ যোগে প্ৰেৰণ কৰিছিল, আৰু সিসকলৰ Journal-অত প্ৰকাশ পাইছিল (Native account for gold in Assam. By MONEERAM, Revenue Sheristadar, Bar

Bundaree. Communicated by Capt. F. Jenkins, *J.A.S.B.*, Vol. VII, July 1838 )।

ম. ফ. রু.—?

ম. ব. ( ১২.৪, ১২.৭, ১২.১০, ১৬.৭, ১৬.৯, ১৬,১০ )—সম্ভৱতঃ ডক্টৰ মাইল্‌ছ ব্ৰন্সন ( চাওক )।

ম. ৰ. ব. ( ১২.৬ )—সম্ভৱতঃ ব্ৰন্সনৰ ( চাওক ) কন্যা, যেৰি আৰ্.-ব্ৰন্সন। ২৯ নৱেম্বৰ ১৮৪৪ত ব্ৰন্সনে নিজে নগাঁৱত বুৰ দিয়ে।

মলুআ, কপিৰাজ চক্ৰৱৰ্তি, শ্ৰীশ্ৰী—? সমস্ত "অৰুনোদই"ৰ মাজত বোধ হয় ছদ্ম লেখক 'চক্ৰৱৰ্তী'ৰ চিঠিখনেই হাঁহিবৰ একেটি সুৰুঙা।

মহিৰাম—"অৰুনোদই"ৰ ছবিৰ চাব-কটীয়া খনিকৰ।

মা.—সম্ভৱতঃ মাইল্‌ছ ব্ৰন্সন ( চাওক )।

মাধব ৰাম সৰ্মা ঠাকুৰ, শ্ৰী ( ১০.১, ১০.১০ )—কলিকতাৰপৰা চিঠি লেখা এইজন বোধ হয় ছাত্ৰ।

মিৰ মজফৰ হুচেন, শ্ৰী—এই কলিকতাৰ মেডিকেল ছাত্ৰজনে সম্পাদকলৈ পত্ৰ লিখিছিল।

মুক্তাৰাম দাস—গুৱাহাটীৰপৰা "অৰুনোদই"ৰ কামৰূপৰ বাৰ্তাৰি-যোগানিয়াৰ ( নৱেম্বৰ ১৮৫২, আৰু জানুআৰি ১৮৫৩ )।

মুন্‌শী কেফায়ৎ উল্লা, শ্ৰীযুত ( ১৬.৩, ১৬.১১ )—এওঁৰ বিশেষণ 'মুনসেফ, ক্ষমতাপন্ন সদৰামীন, মোঃ শিৱসাগৰ'। সপ্তম দশকৰ "ৰাঙ্গলীৰ পুথি"ৰ ৰচয়িতা।

মো.—?

মো. স. ( ১৬.৩ পৱাৰ )—?

যথাৰ্থ বক্তা ( ১৬.৬ গৰগাঁও নগৰৰ কথা )—?

ৰ.—? *Assam Code*-অৰ বঙলাৰপৰা অসমীয়া ভাঙনি কৰা ৰবিচন্দ্ৰ বৰুৱা ( গুৱাহাটী )?

ৰং দং প্ৰং– এয়া কিবা পুথি ?

ৰ. ব.—'গুআহাটি, আচাম'ৰপৰা পত্ৰ লিখোঁতা ( ১০.২ )।

ৰাবট ব্ৰেন্দ, শ্ৰীজুত—গুৱাহাটী মোকামত থকা পাদুৰি ছাহাব।

ৰু.—? বাইবেলৰ মতে পূৰ্বকালৰ পৃথিৱীৰ ইতিহাস লিখা এইজন লেখকৰ বিষয়-বস্তুৰ উপলব্ধি দৃঢ়, ভাষা সুন্দৰ।

ৰু. দ.=ৰু. ? সম্ভৱতঃ কোনো দেশীয় খ্ৰীস্টিয়ান।

ৰু. এ. ক. (১৬.৩)—? নগাঁৱত ২৯ নৱেম্বৰ ১৮৪৬ত ব্ৰন্সনে বুৰ দিয়া ৰুদৰাম এবেনিজৰ কাৰো ?

ৰু. ৰা. ( ১২.৮ )—ৰুদ্ৰৰাম বৰদলৈ ( "বঙ্গাল-বঙ্গালনী"ৰ নাটাকাৰ ) ?

ৰু. ৰা. ডে. ( ১৬.৯ )—? ৰুদ্ৰাম ডেকা দলৈ ?

ল. দ. ( ১২.৮ )—?

ল. লে. দ.—?

লৰাৰ মিত্ৰ—"অসমিয়া লৰাৰ মিত্ৰ"। আনন্দৰাম ফুকন চাওক।

লক্ষীলাল দত্ত—ইংৰাজীত লিখা নাম চাওক।

লুচিএন হেইডন—ধনিৰাম লুচিএন হেইডন। ধ. ল. হ চাওক।

ৱাৰ্ড, উইলিয়াম—বেপ্টিস্ট পাদুৰি, এওঁ আমেৰিকা মিল দেশৰ শ্বেফিল্ড ওহায়োত ১ মাৰ্চ ১৮৪৩ত বুৰ পাই নৱেম্বৰ ১৮৫০ত গুৱাহাটী পায়হি। এওঁ ৬ জুলাই ১৮৫১ত গুৱাহাটী জিলাৰ বেপ্টিস্ট মণ্ডলীত গৃহীত হয়। ১৮৫৭-৬০ কালছোৱা স্বাস্থ্যৰ বাবে আমেৰিকা মিল দেশত থাকেগৈ। ১৮৬০ৰ অক্টোবৰত ঘূৰিলত তেওঁক শিৱসাগৰত কাম দিয়া হয়।

১৮৬১ৰপৰা সম্ভৱতঃ ১৮৬৮লৈ, হয়তো ১৮৬৯ত তেওঁ শিৱসাগৰ এৰালৈকে তেওঁ "অৰুণোদয়"ৰ সম্পাদক আছিল। ১৮৭৩ৰ ১ আগষ্টত ৫২ বছৰ বয়সত তেওঁৰ মৃত্যু হয় বুলি তেওঁৰ সমাধি-ফলকৰপৰা জানিব পৰা যায়। এওঁ সম্পূর্ণ অসমীয়া বাইবেল কৰাৰ আঁচনিতো যোগ দিছিল। এওঁ বাঞ্ছা প্ৰকাশ কৰিছিল, মৃত্যুৰ পিছত যেন তেওঁৰ দেহাৱশেষ আন স্থানীয় খ্ৰীস্টিয়ানসকলেৰেহে সমাধিস্থ কৰা হয়। সেইমতে তেওঁৰ সমাধি শিৱসাগৰ নগৰৰ খ্ৰীস্টিয়ান মৰিশালিত আছে—লোৰ বেৰা দিয়া ধুনীয়া কবৰটি।

ৱাৰ্ড, শ্ৰীমতী ছুছান আৰ্. বি.—উইলিয়াম ৱাৰ্ডৰ মেম; তেওঁৰ লগতে আহি অসমত কাম কৰেঁহি। ৱাৰ্ডৰ মৃত্যুৰ পিছত ১৮৭৩-৭৪ত শ্ৰীমতী ৱাৰ্ড আৰু এডোৱাৰ্ড ক্লাৰ্ক মাথোন শিৱসাগৰত থকা মিছনেৰি ( ১৮৭৪ৰ শেহৰ ফালে মাথোন গাৰ্নি-দম্পতিয়ে যোগ দিয়েহি )। সেই দুটা বছৰ তেওঁলোক দুইৰো এজনে "অৰুণোদয়"ৰ সম্পাদকৰ কাম কৰিছিল। ১৮৬৪ত শ্ৰীমতী ৱাৰ্ডে বেপ্টিস্ট প্ৰেছৰপৰা তেওঁৰ ১১০-পিঠীয়া *Brief Vocabulary in English and Assamese with Rudimentary Exercises* ( ইংৰাজি আৰু অসমিয়া বাক্যাৱলী ) প্ৰকাশ কৰে।

সম্বাদ পত্ৰ পূৰ্ণচন্দ্ৰোদই—কলিকতাৰ আম্ৰাতলাৰপৰা ওলোৱা দৈনিক বঙলা কাকত "পূৰ্ণচন্দ্ৰোদয়"।

সৰ্ব্বগুণ্য ভট্টাচাৰ্য্য, শ্ৰী ( ১৬.১০ )—বোধ হয় শিৱসাগৰ ছৰকাৰী স্কুলৰ শিক্ষক।

সিথ্যক—?

সুভদ্ৰি—বোধ হয় দেশীয় খ্ৰীস্টিয়ান মহিলা। তেওঁ লেখিছেও ইংৰাজ এক খ্ৰীস্টিয়ানৰ বিষয়ে।

সু. স., শ্ৰী—?

সো. চা. তা. ( ১০.১০ )—?

স্টোডাৰ্ড, ইছাকাৰ জি. ( ১১.২ )—বেপ্টিস্ট পাদুৰি ইৰা জই । এওঁ নিউয়র্কৰ বস্তাইত ৬ ডিচেম্বৰ ১৮৪৬ত বুৰ পাই মেই ১৮৪৯ত নগাঁৱত আহে। এওঁ যাইকৈ গুৱাহাটী আৰু গোৱালপাৰাত কাম কৰিছিল, ১৮৭১ত স্বাস্থ্যৰ বাবে দেশলৈ ঘূৰি যাব লগীয়া হয়।

হ. চ. ( ১৬.৫ )=হেমচন্দ্ৰ বৰুৱা ( চাওক )।

হৰগোবিন্দ দত্ত—'শ্ৰীশ্ৰীপাদুৰি চাহাব'ৰপৰা শিকি ঘূৰণীয়া মাটিৰ দোষৰ গণনা দিওঁতা ( চেপ্তেম্বৰ ১৮৫১ )।

হ. স. ( ১০.১ )—'এজন অচমিয়া জুবা হ. স.' বোলা হৈছে।

হু.—? ১২ ছেপ্টেম্বৰ ১৮৪৭ত ব্ৰাউনে শিৱসাগৰত ধৰ্ম দিয়া নগা ল'ৰা হুবে? এওঁক কট্টাৰে জয়পুৰৰপৰা শিৱসাগৰলৈ আনিছিল; কিন্তু বুৰ পোৱাৰ অলপ দিন পিছতে এওঁ ঢুকায়।

হোৱাইটিং, এছ্. এম্.—১৮৫৭ ফেব্ৰুৱাৰিৰপৰা ১৮৬০ৰ শেষলৈ এওঁ 'অৰুনোদই'ৰ সম্পাদক আছিল। দেখা যায় এওঁ ৭ ফেব্ৰুৱাৰী ১৮৪১তে আৰু এওঁৰ পত্নী শ্ৰীমতী মেৰি ইলিচবেত হোৱাইটিঙে মাৰ্চ ১৮৪৪ত হাৰ্টফোৰ্ডত বুৰ পায় আৰু দুয়ো ৬ জুলাই ১৮৫১ত শিৱসাগৰ জিলাৰ বেপ্টিস্ট মণ্ডলিত ভৰ্তি হয়হি। ডেনফোৰ্থে জানুৱাৰী ১৮৫৭ৰ সংখ্যা 'অৰুনোদই' সম্পাদনা কৰাৰ পিছত হোৱাইটিঙৰ হাতত তাৰ কাৰ্যভাৰ গতাই দিয়ে। ফেব্ৰুৱাৰী ১৮৫৭ —ডিচেম্বৰ ১৮৬০, এই কালছোৱা হোৱাইটিং সম্পাদক-ৰূপে থাকে। আন কি, বগা মানুহৰ বাবে বিপজ্জনক 'চিপাহী বিদ্ৰোহৰ' কালছোৱাতো হোৱাইটিং-দম্পতি অকলে শিৱসাগৰত আছিল। জানুৱাৰী ১৮৬১ত এওঁলোক দেশলৈ ঘূৰে।

Anondorani Phukon—আনন্দৰাম ফুকন চাওক।

C. H.—?

D.=গভৰ্ণ চি. ডাইবলি ( চাওক )?

G. D.=গডবল চি. দাইবাল ( চাওক ) ?

G. L. P.=ঘিনাই লাইনচ পেক। ঘি. চাওক।

H. Chunder=হেমচন্দ্ৰ বৰুৱা ( চাওক )।

I. J. S ( ১১.২ )=ইছাকাৰ জে. স্টোডাৰ্ড ( চাওক ).

Lakhmilal Dutt—শিৱসাগৰৰ লোক ( আগষ্ট ১৮৫৪ )

Podartho Bidya ( ১০.১১, ১১.৩ )—"পদাৰ্থ বিদ্যা"। এইখনি Physics-সম্পৰ্কীয় কাৰ পুথি ? ফাৰোৱেলৰ ?

Purnanond Deka Borua, Sri ( ১০.১০, ১০.১২ );

Purnanond Sorma, Sri—পূৰ্ণানন্দ সৰ্মা চাওক।

Young Assam=অচমিয়া লৰাৰ মিত্ৰ।

**বেপ্টিষ্ট আৰু অৰুণোদইৰ চৰম সঞ্জীৱনী-দান ঃ**

ঊনবিংশ শতিকাৰ মধ্যভাগৰ অসমৰ বেপ্টিস্ট মিছন সমাজ আৰু "অৰুণোদই"ৰ বিবিধ প্ৰচেষ্টাৰ ফলবোৰৰ ভিতৰত সবাতো প্ৰধান হ'ল—বান্দৰৰ মুখৰ কল সৰুওৱাৰ লেখীয়াকৈ—কৌশলপূৰ্ণ আন্দোলনৰ যোগেদি কলিকতাস্থ ইংৰাজ চৰকাৰ বাহাদুৰৰপৰা অসমৰ বিদ্যালয় আৰু ন্যায়ালয়ৰপৰা প্ৰায় দুকুৰি বছৰে নিৰ্বাসিত অসমীয়া ভাষাক পুনঃ স্বস্থানত স্থাপন কৰাৰ আদেশ উলিয়াই অনাটো। চৰকাৰে পঢ়াশালিবোৰত বঙলা চলোৱাৰ কি মাৰাত্মক ফল হ'ব পাৰে, সেই কথাৰ অসমত ভৱি দিয়ে নাথান ব্ৰাউনে বুজ পাইছিল আৰু ২৯ অক্টোবৰ ১৮৩৮ তাৰিখে তেওঁ এক পত্ৰত (journal) অসমৰ পঢ়াশালিত বঙলা-প্ৰচলনৰ কথা লৈ লিখিছিল ঃ

> This makes it pretty certain that the Assamese, as a distinct language, will, in the course of a few generations, become extinct, and Bengali supply its place. This project has been for some time in contemplation, and now that government have set about the work thus vigorously, there can be little doubt that they will ultimately succeed in effecting the change.

স্বয়ং মহামহিমাময় চৰকাৰৰ এই বিৰাট ষড়যন্ত্ৰত মৃত্যুৰ ফালে ঢাল ল'বলৈ বাধ্য হোৱা অসমীয়া ভাষা শিকি বা সেই ভাষাত পঢ়াশালি চলাবলৈ লৈ কিবা লাভ আছে জানো ?—এই কুটিল প্ৰশ্ন আমেৰিকান পাদুৰিসকলৰ সন্মুখত স্বাভাৱিকতে থিয় দিছিলহি। তেওঁলোকৰ ওচৰত অসমীয়া ভাষাৰ হৈ ওকালতি কৰা লোকো অসমত কোনোৱেই নাছিল। কিন্তু নিজ মনে জানি অসমীয়া ভাষাৰ নিজস্ব শক্তি আৰু সৌন্দৰ্যত আৰু স্বতন্ত্ৰতাত বিশ্বাস কৰি, ইংৰাজ কোম্পানি চৰকাৰৰ বিৰূপ মনোভাৱ সকলো সময়তে প্ৰকট হৈ থকা সত্ত্বেও এই পাদুৰিসকলে যি পঢ়াশালি পাতিলে তাত অসমীয়া ভাষাকেহে চলালে ; সেই পঢ়াশালিৰ বাবে যি যি প্ৰাথমিক পুথি উলিয়ালে তাকো অসমীয়া ভাষাতে বা সেই ভাষাৰ কথাৰেহে লিখিলে ; যি এখন সু-আহিৰ সংবাদপত্ৰ আৰু আলোচনী আৰম্ভ কৰিলে তাৰো ভাষা কৰিলে অসমীয়া ; ধৰমৰ পুথি যি দুই-এখন ৰচিলে সিও হ'ল অসমীয়া ; যি অধ্যয়ন কৰিলে সিও অসমীয়া ভাষা-সাহিত্য-বুৰঞ্জীৰ কথাই। সিসকলে পোনতে স্থানীয় লোকসকলক (লোকসকল মানে বৰ সৰহজন নহয় ; আনন্দ ফুকন, গুণাভি আদি সৰু লেখৰ দুজনমানকহে) অসমীয়া ভাষা পুনঃপ্ৰচলনৰ বাবে যুঁজ কৰিবলৈ লগাই, শেহত্তত নিজেই গা দেখা দি কংকালত টঙালি আৰু হাতত হেংদান লৈ ভাষাৰ শৰাইঘাটত থিয় হ'ল। নিজৰ ভাষাৰ দুৰৱস্থা আৰু সম্ভৱপৰ আগন্তুক মৃত্যুৰ বিষয়ে নিজৰে চেতনা নোহোৱা এটা জাতিক এইদৰে আধা টোপনিত পৰি ঢলকুচিয়াই থকা অৱস্থাতে যুদ্ধক্ষেত্ৰত নমালে। সেইখন যুদ্ধক্ষেত্ৰৰ ৰণজয়ৰ বিকৃথ্যানৰ পৰ যেতিয়া আহিল, তেতিয়া শেষ শৰাইঘাটৰ ঘাই ৰণুৱাজন—ব্ৰন্সন্—মাথোন অসমত আনন্দ কৰিবলৈ আছিল। ইতিমধ্যেই এই পাদুৰিসকলে ব্যাকৰণ আৰু অভিধান লিখি ভাষাটোক আধুনিক প্ৰতিষ্ঠা দিছিল আৰু

গুণাভি-হেমচন্দ্রৰ দৰে ডেকাক অৰুনোদই-গোষ্ঠীলৈ টানি আনি নৱ সৃষ্টিৰ সম্ভাৱনা সৃষ্টি কৰিছিল। তদুপৰি, আধুনিক এক সাহিত্যৰ কৰ্মঠ আৰু কলা-সুলভ মাধ্যম-ৰূপে সেই ভাষাক উপযোগী কৰি নৱ নৱ অনুশীলন কৰিলে। তাৰ যোগেদি ইংৰাজীৰ দৰে এটি আধুনিক আৰু স্থিতিস্থাপক ভাষাৰ গুণ-বৈশিষ্ট্যও কিছু আহৰণ কৰি অসমীয়া ভাষা সকলোপ্ৰকাৰ অভিনৱ সৃষ্টিৰ বাবে সাজু হ'ল।

এইদৰে পুনৰুজ্জীৱিত হোৱা অসমীয়া ভাষাটোক এটা শুদ্ধ প্ৰাণৱন্ত সাহিত্য দিয়া কৰ্মটিৰ দায়িত্ব দেশীয়সকলৰ কান্ধৰ ওপৰতে ৰ'ল আৰু তাৰ বাবে হৃদয়ৰ জাগৰণ আহিল সেই বিৰুদ্ধানৰ ষোল বছৰৰ পিছত ;—সেয়া অসমত নহয়, কলিকতা চহৰতহে, অসমীয়া-ভাষা-উন্নতিসাধিনী সভা আৰু "জোনাকী", এই দুই অনুষ্ঠানৰ যোগে। তাৰ বাবে যি প্ৰস্তুতি আৰু ভিত্তিৰ প্ৰয়োজন আছিল, তাক দুটি অনুষ্ঠানে আগে আগে আউটি থ'লে—বেপ্টিস্ট সমাজ আৰু "অৰুনোদয়ে"। আগতে কৈ আহিছো কেনেকৈ সেই দুই অনুষ্ঠানে অসমীয়াৰ মানসিক দিগবলয় আধুনিক অৰ্থত প্ৰসাৰিত কৰিছিল।

ঊনবিংশ শতকৰে বংগৰ নৱজাগৰণৰ ক্ষেত্ৰত শ্ৰীৰামপুৰীয়া ইংৰাজ বেপ্টিস্টসকলৰ যি ভূমিকা তাৰপৰা অসমত আমেৰিকান বেপ্টিস্টসকলৰ ভূমিকা কিছু দূৰ পৃথক আছিল। তদুপৰি সময়ৰ ক্ষিপ্ৰতা আৰু কাৰ্যক্ষেত্ৰৰ পৰিসৰৰ বিষয়তো বংগৰ নৱজাগৰণ আৰু অসমৰ সামাজিক-আধ্যাত্মিক পৰিৱৰ্তনৰ পাৰ্থক্য আছিল। ডক্টৰ কেৰিয়ে বঙলা ভাষাৰ স্বতন্ত্ৰতা লৈ ওকালতি কৰিব লগীয়া হৈছিল যদিও খেদি খোৱা গৃহস্থক ঘৰ চপোৱাৰ নিচিনা আচুকলীয়া কামত সময় আৰু শক্তি খৰচ কৰিব লগীয়া কেৰিসকলৰ নহৈছিল। গতিকে সিসকলে গোনৰেপৰাই মুকলিভাৱে সাহিত্য-ৰচনা, শিক্ষা-প্ৰসাৰ, প্ৰকাশন আদি কামত লাগি যাব পাৰিছিল। প্ৰশাসনৰ কামত, ব্যৱসায়-বাণিজ্য আদিৰ উদ্দেশ্যে গোট খোৱা চাহাব-চুবুৰৰ কলিকতাত তেতিয়া গিজ্‌গিজনি। ভাৰতৰ বাবে ব্ৰিটিশ চিভিলিয়ান সৃষ্টি কৰিবৰ উদ্দেশ্যে প্ৰতিষ্ঠিত (১৮০০) ফোৰ্ট উইলিয়াম কলেজৰ লগত বঙলা আৰু সংস্কৃতৰ শিক্ষক-ৰূপে ডক্টৰ কেৰি জড়িত হ'ল। এই কলেজৰ চাহাব আৰু সহায়ক পণ্ডিত আৰু মুন্সীসকল মিলি যেন কলিকতা ৰবছহৰত নতুন-পুৰণি-মিহলি বিদ্যাৰ এক অবিৰত অভিনৱ উৎসৱৰ আয়োজন কৰিলে, যাৰ ফলত পুৰণি ধৰণ-ধাৰণা বহুতৰ থাঁজ লৰিবলৈ বাধ্য হ'ল। ১৭৮০ৰপৰা ১৮১০ কালছোৱাত কলিকতা আৰু তাৰ আশৰ-পাশৰ ঠাইত বিবিধ ইংৰাজী বিদ্যালয় প্ৰতিষ্ঠিত হৈ নব্য জ্ঞানৰ স্পৃহা প্ৰকট কৰি তুলিছিল। ১৮১২ত প্ৰাচ্য-পাশ্চাত্ত্যৰ মিলন ঘটোৱাৰ উদ্দেশ্যে হিন্দু কলেজৰ প্ৰতিষ্ঠাৰ যোগেদি ডেভিড্‌ হেয়াৰ আৰু ৰাজা ৰামমোহন ৰায়ৰ শিক্ষা-সংস্কৃতিৰ উন্নয়ন-কল্পে কৰা প্ৰচেষ্টাই বংগক বহুত আগুৱাই লৈ গ'ল। লৰ্ড মেকলেৰ ভাৰতক ইংৰাজী শিক্ষা দিয়াৰ যুগান্তৰকাৰী সিদ্ধান্তৰ সুফলৰ কলিকতাই আৰু বংগই আগভাগ পালে। মাথোন সোতৰ বছৰ বয়সত ইংৰাজী সাহিত্য আৰু ইতিহাসৰ শিক্ষক নিযুক্ত (১৮২৬) হোৱা এংলো-ইণ্ডিয়ান হেন্‌ৰি লুই ভিভিয়ান ডিৰজিঅৰ মুক্ত চিন্তা (free thinking) আৰু কৰ্মই কলিকতাৰ নতুন পুৰুষৰ মনত চঞ্চল দোলন জগালে ; তেওঁ ডেকাবোৰক বিপথে নিব বুলি ইমান আশংকাৰ সৃষ্টি হ'ল যে পাঁচ বছৰৰ ভিতৰতে তেওঁক বৰ্খাস্ত কৰাৰ কথা উঠিল, তেওঁ কাম ইস্তফা দিলে, মৃত্যুৱে তেওঁক আদৰি ল'লে। কলিকতাত 'যুৱা বাঙ্গালী'ৰ আন্দোলনৰ শিহৰণ উঠিছিল এই সময়তে।[1] মুঠতে,

[1]এই সময়ত কলিকতাত সমাজ তল-ওপৰ লগোৱা যিবোৰ ঘটনা হৈছিল, সেইবোৰেযে দূৰণিৰ দিখৌৰ পানীত এটাও বুৰবুৰণি নোতোলাকৈ আছিল, এনে নহয়। 'অৰ্‌নোদই'ৰ আগষ্ট ১৮৬১ সংখ্যাত শিৱসাগৰ স্কুলৰ ওপৰ শ্ৰেণীৰ এজন ছাত্ৰই এখন চিঠিৰে অসম দেশৰ লোকসকলক, বিশেষকৈ "অসম দেশৰ যুৱা সমুহ সকল"ক "সভ্য হবলৈ নিবেদন" জনাইছিল। তেওঁ দুখ কৰি কৈছে, "আজি প্ৰায় ৩০ বছৰমান কম্পানী বাহাদুৰ এই দেশৰ অধিকাৰ হৈ যিমান উপকাৰ কৰিছে, কিন্তু অসম দেশৰ মানুহে সেই উপকাৰৰ একো ফল ভোগ কৰিবলৈ চেষ্টা ন কৰি, তাক কেৱল অপকাৰ হেন জ্ঞান কৰি, তাৰ পৰা মুকুত হবলৈহে সদা সৰ্ব্বদায় যতন কৰে।......আমাৰ দেশৰ মানুহে লৰাই ইংৰাজি পঢ়িলে জাত যায় বুলি, ভয়ত স্কুলত পঢ়িবলৈ নি দিয়ে ; কিয়নো তেওঁবিলাকৰ মনত মানুহৰ জাত চুলিতহে থাকে, চুলি কাটিলেই জাত নে থাকে, আৰ্‌ ধৰ্ম্ম কাপৰত থাকে ; এই কাৰণে যদি আমাৰ দেশৰ মানুহে চুৰিয়া নি পিন্ধি, ঠেঙ্গা ইত্যাদি পিন্ধে, তেনে হলে ধৰ্ম্ম নষ্ট পায়, হায় হায়, কেনে দেশ!" ছাত্ৰজনে অলপ কঠোৰভাৱেই নিকপকপীয়া সংস্কাৰ-বিৰোধীসকলক নিন্দা কৰিছে। তেওঁৰ যুৱা বাঙ্গালী আন্দোলনৰ উল্লেখ বিশেষভাৱে চকুত লগা। "চোৱাচোন, একে লগৰ বঙ্গাল দেশত কিমান উন্নতি হৈছে! 'ইয়ং বঙ্গাল' অৰ্থাৎ ডেকা বঙ্গালী-বিলাক বৰ সভ্য ও সুশিক্ষিত, তেওঁবিলাকে এই 'চুপৰষ্টিটস্যন' অৰ্থাৎ মিছা ভ্ৰান্তিৰ পৰা কেতিয়াবাই মুক্ত হল। হে পৰম ঈশ্বৰ আমাৰ এই দুখিত অসম দেশক এই দুখিত অৱস্থাৰ পৰা কেতিয়া মুক্ত কৰিব?" আনন্দৰাম ফুকনৰপৰা এই ছাত্ৰজনলৈকে দেশৰ উন্নতিৰ বাবে সকলোৱে ভাৰসা জগদীশ্বৰৰ ওপৰত। কিন্তু সেই উন্নতিৰ বাধা কোন? "অসম দেশত গণক, বামুন, মঙ্গলতী এই সকলেই অনেক প্ৰকাৰে উন্নতিৰ পথ বাধা কৰিছে ; কিয়নো তেওঁবিলাকে 'গ্ৰহৰ দোষ, বুৰা ডাঙ্গৰিয়াৰ দোষ', এই বুলিয়েই মিছা মিছিকৈ ফাকি দি খাই। সেই সকল গুচিলেই তেও অলপ ভাল হোৱাৰ আগন্তুক থাকে।" প্ৰসংগতঃ ছাত্ৰজনে হেমচন্দ্ৰ বৰুৱাৰ সদ্যঃপ্ৰকাশিত "কানীয়াৰ কীৰ্ত্তনৰ" নামো লৈছে। গতিকে 'এজন স্কুলৰ ছাত্ৰ'ৰ নামত চিঠিখন শিৱসাগৰৰ ডেকা হেমচন্দ্ৰ বৰুৱায়ে লিখিছিল বুলি বহুতে ভাবিছিল। সেই দেখি অক্টোবৰ ১৮৬১ সংখ্যাত সেই 'শ্ৰীসোনাৰ চাঁদ' বৰুৱাই এখন চিঠি লিখি জনালে, "যদিও সেই পত্ৰত লিখা কথাত আমি সম্পূৰ্ণ অমান্তি ন হওঁ, তথাপি সি আমাৰ লিখা ন হয়" বুলি।

পাদুৰি, বেপাৰী, দেশ শাসন কৰোঁতা, শিক্ষক ছাহাবসকলৰ সমাহাৰত কলিকতাৰ জীৱন দ্রুত গতিত পৰিৱৰ্তিত হ'বলৈ ধৰিলে। অসমলৈ ব্রিটিশৰ দখলো আহিছিল বংগৰ বহুত পিছত, তাৰ পিছতে আকৌ পাশ্চাত্য জীৱনৰ প্রভাৱো আহিল অতি ধীৰ গতিত। গতিকে পৰিৱৰ্তনৰ হেঁচাও অসমে অতি কমহে অনুভৱ কৰিলে। ইংৰাজ প্রশাসক আৰু স্কুলৰ শিক্ষক আৰু আমেৰিকান আৰু ইউৰোপীয় পাদুৰিকে ধৰি অসমত 'ৰঙা চুলিনো কেইটা' হৈছিল ? সেইসকলৰ আচাৰ-বিচাৰ, আহাৰ-বিহাৰ আদিৰ আকর্ষণে ব্যক্তিগত জীৱনৰ সীমাৰপৰা বাহিৰ ওলাই সামাজিক প্রদর্শনৰ ৰূপ লোৱাৰ সুবিধা সৰহ নাপাইছিল। সিসকলৰ জীৱন-বীক্ষা, জীৱন-পদ্ধতিৰ প্রভাৱো সেই বাবে অসমীয়া জীৱনৰ দূৰতে সীমিত হৈ ৰৈ গৈছিল। যিসকল স্থানীয় লোকে চৰকাৰী চাকৰি কৰিছিল সেইসকলে আয়মেৰে বাহিৰত মুকলি-হাৰ্কালিকৈ চলা-ফুৰা কৰিছিল ; কিন্তু ঘৰলৈ ঘূৰিলেই তেওঁলোক 'নমো নমো পাৰিজাত' হৈ পৰিছিল। অসমীয়া সমাজৰ 'ওপৰ খাপ'ৰ লোকে খ্রীস্টধর্ম গ্রহণ নকৰিছিলেই। বাতিৰাম দাস কায়স্থ যদিও শিৱসাগৰৰ সমাজত তেওঁ নতুন মানুহ ; তেৰো সেই ধর্ম লোৱাতে সমাজত চাঞ্চল্যৰ সৃষ্টি হৈছিল। আন যিসকল খ্রীস্টিয়ান হৈছিল, তেওঁলোকক ভব্য সমাজে দূৰতো দূৰ বুলিহে ভাবিছিল। সমস্ত ঊনবিংশ শতিকাৰ প্রায় তিনি চতুর্থাংশ কাল দয়াময় ব্রিটিশ চৰকাৰৰ তলত থাকিও অসমে কলেজ এখনৰ মুখ দেখা নাপালে ; যিবা ইংৰাজী স্কুল পাইছিলো, তাৰো লেখ আঙুলিৰ মূৰত বোৱা। নিজৰ ভাষা নিশিকিবলৈ-নপঢ়িবলৈ চৰকাৰৰ তিনি কটপা ; যিবা লোকৰ ভাষা এটা শিকাবলৈ কৰ্তাসকলৰ যত্ন, তাকতো শিকাই হৈ নুঠে। গতিকে শিক্ষাৰ ক্ষেত্রত অসমৰ গতি সাধুকথাত বর্ণোৱা পিছল বাটত এখোজ আগ বাঢ়িলে দুখোজ পিছুৱাই আহিব লগীয়া হোৱা গতি। এই সময় নিজৰ সংস্কৃতিক পাহৰাৰ সময় ; তাৰ লগত ভাটীৰ সংস্কৃতিৰ সমন্বয় ঘটোৱাৰ চেষ্টা কৰাৰ স্বর্ণযুগ নহয়। আনন্দৰাম ফুকনৰ দৰে দুই কি এজন যি অসমীয়া কলিকতাৰ হিন্দু কলেজত পঢ়িছিলগৈ, তেওঁলোকে কোনো নতুন সামাজিক বিদ্রোহ আনি ঘৰ সুমুৱাবহি নোৱাৰিছিল ; তেওঁলোকৰ ঘৰলৈ ছাহাব-ছুহুব আহিলে বহুৱাব-মেলিবৰ কাৰণে ছাহাবী আদব-কায়দাৰ যি নতুন ব্যৱস্থা আছিল, দেশীয় বৰলোকসকলক সোধ-পোছ কৰিবৰ কাৰণে তাৰ নিলগত দিহা কৰিব লাগিছিল। এইদৰে দুটা সংস্কৃতিৰ সহাৱস্থানৰ (অৱশ্যে শান্তিপূর্ণ সহাৱস্থানেই) ব্যৱস্থাহে মাত্র কৰা হৈছিল।[১] ৰাজা ৰামমোহন ৰায়, ঈশ্বৰচন্দ্র বিদ্যাসাগৰৰ নেতৃত্বত কলিকতাৰ বিধৱাৰ পুনর্বিবাহৰ উদ্যোগৰ বার্তা তৰুণ ছাত্র গুণাভিৰামে শিৱসাগৰীয়া "অৰুনোদই"লৈ ঘনাই পঠিয়াই আছিল।[২] সেই লৈ তেওঁ দুখনকৈ নাটকো লিখিছিল। কিন্তু অসমত বিধৱা-বিৱাহৰ প্রশ্নই এটা আন্দোলনৰ ৰূপ লোৱা নাছিল। গুণাভিৰামে নিজে তেনে বিয়া কৰি ব্রাহ্ম ধর্ম আঁকোৱালি ল'ব লাগিছিল ; হেমচন্দ্র বৰুৱা হৈ বিধৱা-অনূঢ়া কাকো বিয়া নকৰি ধনাত্মকতকৈও এক ঋণাত্মক অৱস্থানত ৰৈ গৈছিল। নতুন জীৱনৰ প্রভাৱত অসমত মদ্যপান আদি আধুনিক "বিভিচাৰ" সোমোৱাৰ সাক্ষ্য "অৰুনোদয়ে"ই দিব ; সেইবোৰৰ বিৰুদ্ধে "অৰুনোদয়ে"ই খীণকৈ হ'লেও মাত মাতিছিল।

[১] আদর্শবাদী-ৰূপে আনন্দৰামে অসমত দ্বিতীয় এখন ইংলেণ্ডৰ স্বপ্ন দেখিছিল। কিন্তু ইংলেণ্ডৰ সেই সমৃদ্ধি এক সর্বব্যাপক ঔদ্যোগিক আন্দোলনৰ ফল। ভাপ নাও, ভাপ ৰথ চলা, খেতি-বাতিতো কল-কাৰখানা চলা সমস্ত ইংলেণ্ডৰ নিচিনা এখন ফুলবাৰীৰ স্বপ্ন হ'ল এক দূৰ-দূৰণিৰ এল্ ডোৰাডো। মিলছৰ ওচৰত দাখিল কৰা স্মাৰক পত্রতো ফুকনে কৃষিৰপৰা ন্যায়ালয়ৰ বিধিলৈকে অসমৰ এক আদর্শবাদী ৰূপৰ পৰিকল্পনা কৰিছিল— যাৰ প্রতি শাসকসকল মনোযোগী বুলি সমূলে কোৱা নাযায়। গতিকে সি দূৰৰ বস্তু দূৰতে ৰৈ গৈছিল।

[২] গুণাভিৰামে 'কলিকতাত থকা এজন অচমিয়া লোক' নাম লৈ "বিবাহৰ সময়ত জি সকল নিয়ম প্রতিপালন কৰা কর্তব্য তাৰ কথা" (ডিচেম্বৰ ১৮৫৩) আৰু 'বিধৱাৰ বিবাহ' (জানুআৰি ১৮৫৪) আৰু জি. ৰ. নাম লৈ 'বিধৱা বিবাহ' নামে কেইবাটাও লেখা (জানুআৰি, চেপ্তেম্বৰ ১৮৫৬, মেই, নৱেম্বৰ ১৮৫৭) আৰু 'দুজনি বিধৱা চোআলিৰ বিবাহ হোআ কথা' (জানুআৰি ১৮৫৭) লিখিছিল। 'অৰুনোদই'তে (মার্চ, জুলাই ১৮৫৮) তেওঁৰ "ৰাম নৱমি নাটক" ওলাবলৈ ধৰে। তেওঁৰ বাহিৰেও একে বিষয়ত প্রীসোনাৰ চাঁদৰ 'অনেক বিয়া কৰা অজুগুত', ৰু.ৰা.-ৰ (আগষ্ট ১৮৫৭), 'এজন সংসাৰৰ লোক'ৰ (এপ্রিল ১৯৫৮) আৰু ন.ল.ক.-ৰ (ডিচেম্বৰ ৬১) 'বিধৱা বিবাহ'-শীর্ষক প্রবন্ধ প্রকাশিত হৈছিল। এইদৰে কাকতখনে বিধৱা-বিবাহৰ সপক্ষে এক অভিযানৰে সৃষ্টি কৰিছিল।

শিক্ষাব বিস্তাৰ, স্ত্ৰী-শিক্ষাৰ আৰম্ভণ, কুসংস্কাৰ-কুবিশ্বাস-পৰিহাৰ আদিৰ হকেও "অৰুনোদয়ে" পাঠসকলৰ মনৰ পৰিবৰ্তন ঘটাবলৈ বিচাৰিছিল।[১] যি শিক্ষিত, কুৰীতি-কুসংস্কাৰ-মুক্ত সমাজৰ পৰিকল্পনা "অৰুণোদয়ে" অসমীয়াসকলৰ আগত দাঙি ধৰিবৰ প্ৰয়াস কৰিছিল, তাৰ আদৰ্শই হয়তো জাতীয় মানসত মৃদুভাবে আলোড়ন সৃষ্টি কৰিছিল, কোনো বিপ্লব-উৎপ্লব হয়তো নজন্মাইছিল আৰু কাকো সমাজৰ বিদ্ৰোহী কৰিও তোলা নাছিল। এইভাৱেই বেপ্টিস্ট আৰু "অৰুনোদই"ৰ অসমীয়া ভাষা উদ্ধাৰ কৰাৰ যুগমীয়া কীৰ্তিক কোনো প্ৰকাৰ সন্দেহে ম্লান কৰি পেলোৱা নাছিল--যদিও সেই বেপ্টিস্টসকল পৃথিৱীৰ সিন্যুটিৰ এখন দেশৰ, আমাৰপৰা পৃথক এক ভাষা সংস্কৃতিৰ লোক। বৰং তেওঁলোকে নিজৰ প্ৰাণৰ শক্তি আৰু সুষমা দি অসমীয়া ভাষাক আপদৰপৰা ৰক্ষা কৰি, লালন-পালন কৰি, নতুন যুগৰ যোগ্য মাধ্যম কৰি থৈ যোৱাত জাতিটো তেওঁলোকৰ প্ৰতি কৃতজ্ঞ ৰ'ল।

**বৰ্তমান প্ৰকাশনৰ সম্পৰ্কত :**

"অৰুনোদই"ৰ বিবিধ বছৰৰ বিবিধ ভাগবোৰ আজি দেৱৰ দুৰ্লভ হৈ পৰিছে। প্ৰকাশকসকলে মাহে মাহে সংবাদপত্ৰ (newspaper) আৰু গিয়ানভণ্ডাৰ (magazine) ৰূপত কাকতখন প্ৰকাশ কৰাৰ উপৰি গিয়ানভণ্ডাৰৰ কিছু কিছু ভাগ একেলগ কৰি বন্ধাই লৈ বিক্ৰী কৰিছিল। জানুআৰি ১৮৫১ সংখ্যাত প্ৰথম চাৰি বছৰৰ গিয়ানভণ্ডাৰ খণ্ডকেইটাৰ জাননী দিছিল, বছৰেকৰ এশ পিঠিত এটকাকৈ দামত। নবেম্বৰ ১৮৫২ সংখ্যাত প্ৰথম চাৰি বছৰৰ একেলগ কৰি বন্ধা আৰু প্ৰথম দুবছৰৰ একেলগ কৰি বন্ধা কিতাপৰ বিজ্ঞাপন দিছিল। আমি অধ্যাপক বিৰিঞ্চিকুমাৰ বৰুৱাৰপৰা ১৮৪৬ৰ জানুৱাৰীৰপৰা ১৮৫৪ ছনৰ আগস্টলৈ সংখ্যাবোৰ এখন কৰি বন্ধা "অৰুনোদই গিয়ান ভণ্ডাৰ" পাইছিলো।[২] তাত ১৮৫৩ৰ ডিচেম্বৰলৈকে ইংৰাজীত বিষয়-সূচী আৰু চিত্ৰ-সূচী (Index) সন্নিৱিষ্ট হৈছে, কিন্তু ১৮৫৪ বছৰটোৰ সংখ্যাবোৰ পূৰা নহয় বাবে বোধ হয় সেই বছৰৰ সূচী দিয়া হোৱা নাই। এই বন্ধা "অৰুনোদই গিয়ান ভণ্ডাৰ"কে বৰ্তমান সংস্কৰণৰ বাবে ব্যৱহাৰ কৰা হৈছে। ১৮৫৪ৰ ইংৰাজী বিষয়-সূচী আৰু চিত্ৰ-সূচী আমি যোগ দিছো। তদুপৰি সমস্ত সংস্কৰণৰ অসমীয়াতে সংখ্যা-ক্ৰমত বিষয়-সূচী আৰু লেখক অনুসাৰে বিষয়-সূচী নতুনকৈ তৈয়াৰ কৰি দিয়া হৈছে। এই বিষয়ত কিছু কাম ডক্টৰ বৰুৱা-সংকলিত "অৰুনোদইৰ ধলফাট"ৰ আমি লিখা ভূমিকাত কৰিয়ে থোৱা আছিল। বৰুৱাদেৱৰ স্মৃতি বৰ্তমান সংস্কৰণে বহন কৰিব লাগিব।

আমাৰ শ্ৰদ্ধেয় গুৰু ডক্টৰ সূৰ্যকুমাৰ ভূঞাদেৱৰ ব্যক্তিগত গ্ৰন্থাগাৰত পোৱা গৈছিল পঞ্চমৰপৰা অষ্টম বছৰলৈকে বন্ধা "অৰুনোদই"; কিন্তু সেয়ে শেহৰ ফালে আধৰুৱা। এই গোটেই খণ্ড উপৰ্যুক্ত ১৮৪৬-৫৪ ছনৰ বন্ধা খণ্ডৰ পেটতে সোমাই পৰিছে।

জুলাই ১৮৬১ৰ "অৰুণোদয়"ত প্ৰথম পোন্ধৰ বছৰৰ (১৮৪৬-১৮৬০) গিয়ানভণ্ডাৰ অৰ্থাৎ আলোচনী তিনিটা কিতাপ কৰি চামৰাৰে বান্ধি বিক্ৰীৰ জাননী দিয়া হৈছিল। কিন্তু বৰ্তমানে কোনো ঠাইতে কাৰো হাতত তেনেভাৱে বন্ধা "অৰুনোদই" থকা বতৰা আমি পোৱা নাই।

[১] সম্পাদক উইলিয়াম ৱাৰ্ডে (জুলাই ১৮৬১) অসমীয়া মানুহে 'অৰুনোদই' পঢ়াৰপৰা কেনেকৈ উদাৰ ধৰণ-ধাৰণ আহৰণ কৰিছিল, তাৰ ইংগিত দি লিখিছিল—
"The Editor believes that the natives read the Orunodoi with a gradually increasing interest....
"The Editor feels confident none will doubt that the Orunodoi has been useful to the natives of this secluded Province, in the diffusion of general information and more liberal ideas."

[২] এই কিতাপকৈ বন্ধা প্ৰায় ন বছৰৰ আলোচনীখনত প্ৰথম আঠ বছৰৰ মাখোন উল্লেখেৰে এখন ছপা নাম-পাত (title-page) লগাই দিয়া হৈছে এই বুলি : ORUNUDOI, / A / MONTHLY MAGAZINE / DEVOTED TO / RELIGION, SCIENCE, / AND / GENERAL INTELLIGENCE. / 1846-53 / SIBSAGOR, ASAM: / PRINTED AT THE AMERICAN BAPTIST MISSION PRESS. / 1846-53.

১৮৫৪ৰ ছেপ্টেম্বৰৰপৰা ডিচেম্বৰলৈ মুঠ ১৬ পিঠিৰ অসমত ক'তো সন্ধান পোৱা নগৈছিল। সেই পাতবোৰ ফটোস্টেট নকল এটি তেতিয়া যোৰহাটৰ ইস্টাৰ্ণ থিঅলজিকেল কলেজৰ মিস্টাৰ জৰ্জ জিলেস্পিয়ে উপযাচি আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰপৰা যোগাৰ কৰি আনি আমাক দিয়ে।

অসমত বেপ্টিস্ট মিছনেৰিসকলৰ কাৰ্য-কলাপ আৰু অসমীয়া সাহিত্যৰ হকে সিসকলৰ প্ৰবন্ধ বিষয়ে আধুনিক পৰ্যায়ত প্ৰথম বহল অধ্যয়ন আমাৰ অগ্ৰজ ডিম্বেশ্বৰ নেওগৰ "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী"ত ( যোৰহাট ১৮৫৯ শক ) সন্নিবিষ্ট হৈছে। তেওঁৰ "অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি"ত ( যোৰহাট ১৮৬৩ শক ) আৰু *New Light on the History of Asamiya Literature*-অত ( গুৱাহাটী ১৯৬২ ) আৰু কিছু নতুন সমল সোমাইছে। এসময়ত গুৱাহাটীত থাকি বেপ্টিস্ট সমাজৰ কাম কৰা ডক্টৰ ভিক্টৰ হিউগো ছৰ্ডৰ *Baptists in Assam : A Century of Missionary Service : 1836-1936* (Chicago, Illinois, 1935) আৰু ফ্ৰেডাৰিক এছ্. ডাউন্সৰ *The Mighty Works of God : A Brief History of the Council of Baptist Churches in North-East India : The Mission Period 1836-1950* ( গুৱাহাটী ১৯৭১ ) পুথিত, ডাউন্সৰ Bronson Papers-সম্পৰ্কীয় 'Missionaries and the Language Controversy in Assam' ( প্ৰবন্ধটি ডাউন্স ছাহাবে আমালৈ পঠিয়াইছিল, তাক গুৱাহাটী বিশ্ববিদ্যালয়ৰ *Journal*-অত প্ৰকাশ কৰা হৈছে ) আৰু মিস্টাৰ জৰ্জ জিলেস্পিৰ কেইবাটিও বিভিন্ন পত্ৰিকাত প্ৰকাশিত প্ৰবন্ধত অসমৰ এই আন্ধাৰ-পোহৰ-মিহলি যুগটোৰ ওপৰত আলোকসম্পাত কৰা হৈছে। আমাৰ এই ভূমিকাত এই মূল্যবান লেখাবিলাকৰ মুকলি সহায় লোৱা হৈছে; কিন্তু ভূমিকা লেখা সময়ত দুটামান অসুখে আমাক টানি-আঁজুৰি থকা কাৰণে পাদ-টীকা আদি আধুনিক উপায়েৰে আমি প্ৰমাণীকৰণ (documentation) কৰি যাব পৰা নাই। ( সময়ত সেই কাম কৰা যাব। ) আধুনিক দুই-এজন লেখকে এই এক শতিকাৰ আগৰ কথা লিখোঁতেই কল্পনাৰ সহায় সৰহকৈ লোৱা বাবে সিসকলৰ লেখাত সত্য কিছু বিকৃত হৈ পৰা দেখা গৈছে। গতিকে মূল "অৰুনোদই"-প্ৰকাশৰ নিচিনা কৰ্ম হাতত লৈ অসম প্ৰকাশন পৰিষদে ঐতিহাসিক অধ্যয়নৰ হক-বকাৰ কামকে কৰিছে।



১৮১৩ত ছপা হোৱা "ধৰ্ম্মপুস্তক" অন্ততাপৰ নাম-পাত



ডক্টৰ নাথান ব্ৰাউন
ডক্টৰ ভি. এইচ. স্বৰ্ডৰ "বেপ্টিস্ট্‌ছ ইন্‌ আসাম"ৰপৰা



ডক্টৰ মাইলছ ব্ৰন্সন



শ্ৰীমতী ইলাইজা হুইট্‌নি ব্ৰাউন
ডিম্বেশ্বৰ নেওগৰ "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী"ৰপৰা




শিৱসাগৰ খ্ৰীষ্টিয়ান কবৰখানাত নিধি লিবাই ফাৰোৱেলৰ সমাধি-ফলক

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোঙা। মো° সিৱসাগৰ, জানোআৰি ১৮৪৬ খ্ৰিষ্ট অঃ সঁক। ১ নম্বৰ।

VOL. I. SIBSAGOR, ASAM, JANUARY, 1846. NO. 1.


## জোৱা বচৰৰ কথা।

Summary of Events in 1845.

১৮৪৪ ইং সঁকৰ ১ জানোআৰিৰ পৰা এবচৰৰ ভিতৰত ইংলণ্ড দেসত ঠায়ে ঠায়ে ২৪-২০ ০০ ০০০ চিঠি ডাকত পঠোআ হল।

১৮৪৫ ৰ ৭ জানোআৰিত এক নেজাল তৰা কলিকতাত দেখা হৈচিল।

৯ জানোআৰিত মান দেসৰ পুব ফালে মলমাইন নামেৰে কম্পানিৰ এক বৰ নগৰত জুই লাগি ৮০০ ঘৰ পুৰিলে।

মেকৃচিকো দেসৰ চান্তিয়ানা নামেৰে এক সেনাপতি সেই দেসৰ ৰাজ মেলৰ বিৰোধে ১০ ০০০ সেনাই সৈতে ৰন পতাৰ নিমিত্তে ১৫ জানোআৰিত তাক ধৰি দেসান্তৰ কৰিলে।

৪ ফেব্ৰোআৰিত লণ্ডন ৰাজ নগৰত শ্ৰীশ্ৰীমতি মহা ৰানিএ ৰাজ মেল পাতিলে।

১৩ ফেব্ৰোআৰিত কলিকতা নগৰত জুই লাগি অনেক ঘৰ পুৰিলে।

৫ হাত বহল, ৩৬ হাত দিঘল, এনে বৰ দুৰ্বিন ৰচ নামেৰে এজন লৰ্ড সাহাবে সাজি ৫ মাৰ্চত প্ৰথমে তাক তুলি আকাসলৈ চাই, জোন তৰা আদি কৰি সকলোকে অতি ভাল ৰূপে দেখিলে।

জিউতৰা দেসৰ পৰা জি কোনো ৰাপু লোকে লঙ্কাত গৌতমা অৰ্থাত বোধ দেৱতাক সেৱা কৰিবলৈ গৈচিল, সিবিলাকৰ আগত এক দাঁত গৌতমাৰ দাঁত বুলি লঙ্কাৰ ৰাপুএ ১৫ মাৰ্চত দৰ্সন কৰালে।

চুইচ দেসৰ মানুহৰ ভিতৰত কাঁজিয়া লাগি ৰন কৰি, মাৰ্চৰ সেস এপ্ৰেলৰ প্ৰথম এই দুই দিনত দুই তিনি হেজাৰ মান মানুহ মৰিল।

৭ এপ্ৰেলত মেকৃচিকো নগৰত বৰ ভুঁইকঁপ গল, তাতে নাম ঘৰৰ মঠ আৰু আন আন পকি ঘৰো অনেক ভাগি পৰিল।

১১ এপ্ৰেলত আমেৰিকা মিল বেসৰ পিত্চবৰ্গ নামেৰে এক নগৰত জুই লাগি ১২০০ ঘৰ পুৰিলে। ঘৰ বস্তু এন্দাজেৰে ২ ৪০০০০০০ টকা হানি হল।

গ্ৰেট ব্ৰিটন নামেৰে লোহাৰ এখান নতুন বৰ জাহাজ ৰাজ নগৰত ২২ এপ্ৰেলত মহা ৰানিএ চাবলৈ গল। সেই জাহাজ ২১৫ হাত দিঘল, জি ভাপৰ কল লগোআ হৈচে, তাৰ ১০০০ ঘোৰাৰ সমান বল হই।

কাবুল কান্দাৰৰ উত্তৰ বোখাৰা দেসৰ ৰজাই দু জন সাহাবক ধৰি ৰাখিচে বুলি সুনি, উলফ নামেৰে এক ইংৰেজি পাদুৰি সাহাবে আগৰ বচৰত তালৈ গৈ ৰজাই সেই দুই সাহাবক মৰা জানি, [illegible] আদি এপ্ৰেল মাহত ইংলণ্ড দেস পালেহি।

কচিন দেসৰ ৰজাই চৰ্কাচি দেসৰ পৰ্বতৰ লোকে সৈতে ৰন কৰিবলৈ ১ ৫০ ০০০ সেনা পাঁচিলে।

ইংলণ্ড দেসৰ ব্ৰাৰ্মত নগৰত এক বাজিকৰে ভাপোচাৰ নিমিত্তে এটা চৰিয়া নৈত পেলাই, টানিবলৈ ৪ হাজ হাই লগাই, পাচে চৰিয়াত উঠি

নৈত উজাই গল। ওচৰত থকা সাঁকো এটাত ৪। ৫ স মানুহে ৰঙ্গ চাবলৈ উঠিলত সাঁকো ভাগি গল, সকলো মানুহ পানিত পৰি ১০০ মৰিল। সেই দিনৰ তাৰিখ ২ মেই।

বঙ্গাল হিন্দুস্থান দেসত ধুঁআৰ ৰথ জোআ ৰেলৰদ পাতিবলৈ অনেক মানুহে নিবেদন কৰাত ইংলণ্ডত থকা শ্ৰীযুক্ত কম্পানি বাহাদুৰে তাৰ উপাই কৰিবৰ নিমিত্তে এই দেসাধিপতি গবৰনৰ জেনৰল চেৰ হেনৰি হাৰ্ডিঙ্গলৈ মেই মাহৰ ৭ তাৰিখত চিঠি লিখি দিলে। সেই কথা সিধি হলে এই দেসৰ মানুহে আন দেসি লোকৰ নিচিনা স্ৰম নো চোআকৈ অতি বেগেৰে অহা জোআ কৰি অনেক লাভ পাব। ইংলণ্ড আদি কৰি ইউৰোপৰ সকল দেসত এনে ভাপৰ কল লগা ৰথত জাই। সেই ৰথ সমানে জাবৰ নিমিত্তে লোহাৰ দুডাল আলিত পাতে, তাকে ৰেল্‌ৰদ বোলে। ৰথৰ ঘিলা সোমাই জাবৰ নিমিত্তে সেই লোহাৰ ডালত লোৰ থাকে, তাতে একে চৰে জাই। এনে ৰথ এক ঘৰিতে ডেৰ কুৰি, দু কুৰি, তিনি কুৰি মাইল অৰ্থাত এইমান ডাঁৱৰ বাট জাব পাৰে; কোনো কালত তাতকৈ অধিকো জাই। ইংলণ্ডত ২০৬৯ মাইলৰ দিঘল ৰেল্‌ৰদ পাতি আচে; আমেৰিকাতো আচে ঠায়ে ঠায়ে ৩৬৮৮ মাইল। ৰেল্‌ৰদত জোআ ৰথৰ নকচা তলত লিখা আচে। প্ৰথম ৰথত কল থাকে, দুতিয় ৰথত জুইত দিবলৈ নাগ মাটি, তাৰ পাচে বস্তু থোআ এখান,



মানুহ থকা দুখান, গৰু মেৰ চাগ থকা দুখান, মুঠে সাত খান ৰথ একে ভাপৰ কলেৰে টানি নিয়া হৈচে।

নুজিলণ্ড মাজুলিত ইংৰেজি লোকে জি নগৰত নিবাস কৰে, তাতে আদিবাসি আৱৰ লোকে মেই মাহৰ ৮ তাৰিখত ৰন কৰি ১৫। ২০ মানুহ মাৰিলে।

স্কটলণ্ড মিস্যনেৰি পাদ্ৰিৰ বিদ্যালইত সিকা অনেক চাত্ৰে হিন্দু ধৰম এৰি খ্ৰিষ্টিয়ান ধৰম লোআ হেতুকে ২০ মেইত ২০০০ মান হিন্দু মানুহে গোট খাই আলচ কৰি, ইংৰেজি বিদ্যাৰে সৈতে হিন্দু ধৰম সিকাবৰ নিমিত্তে আন এক ঘৰ পৰ্হা সালি পাতিবলৈ উপাই কৰিলে।

আমেৰিকাৰ কুইবেক নামেৰে এক নগৰত ২৮ মেই তাৰিখত জুই লাগি ১৫০০ ঘৰ পুৰিলে; হানি হল ৮০ ০০ ০০০ টকা। আৰু জুইত দু কুৰি মান মানুহ মৰিল।

এপ্ৰেল আৰু মেই মাহত জৰ্মানি দেসৰ অনেক খ্ৰিষ্টিয়ান মানুহে ৰোমি ধৰম এৰি, জৰ্মান কাথলিক মণ্ডলি নামেৰে এক নতুন খ্ৰিষ্টিয়ান মণ্ডলি পাতিলে।

৮ জুনত ইংলণ্ডত এক নেজাল তৰা দেখা হল।

কলিকতাৰ ওচৰে বালি খালৰ ওপৰত জি নতুন লোহৰ সাঁকো সাজিচে, ১২ জুন তাৰিখত ভাগি পৰিল। সেই সাঁকো ১৬৭ হাত দিঘল।

মাদাগাস্কৰ মাজুলিৰ ৰানিএ ইংৰেজি আৰু ফ্ৰাঞ্চি মানুহক অনেক দুখ দিয়াৰ কাৰনে ইংৰেজি জাহাজ এখান ফ্ৰাঞ্চি জাহাজ দুখান সেনাই সৈতে গৈ, তামাতাবে নামে এক কোঁঠ থকা নগৰত চাপি জুধ কৰিলে; দু কুৰি তিনি কুৰি মানুহ মৰিল, তাতে কোঁঠ সোমাব নোআৰাত জাহাজ হুহকি আহিল।

আফ্ৰিকাৰ ভিতৰ আল্‌জেৰি দেসৰ আৰব মানুহে সৈতে ফ্ৰাঞ্চি সেনাবোৰে ৰন কৰাত আৰব লোকে লৰা তিৰোতা গৰুএ সৈতে এটা বৰ সিলৰ গাঁতত সোমাল। তাতে ফ্ৰাঞ্চিএ সোমাব নোআৰি সেনাপতিৰ হুকুমেৰে বহু খৰি গাঁতৰ মুখত চপাই অতি নিৰ্দয়া হৈ ১৮ জুনত জুই লগাই সকলোকে পুৰি মাৰিলে। পাচ দিনা জুই মুমালত সেনাবোৰে সোমাই ৬০০ মৰা মানুহক পালে। আৰু কোনো কোনো এধা মৰা মানুহকো পালে।

২০ জুনত টাহিটি মাজুলিত আদিবাসি মানুহে সৈতে ফ্ৰাঞ্চি লোকে জুধ কৰি দুইৰো অনেক মানুহ মৰিল। দুই তিনি বচৰ মান সেই ৰন হৈচে। তাৰ কাৰন এই; টাহিটি লোকে আগ-

ৰে পৰা দেও পুজক আৰু ৰাইখসৰ নিচিনা হৈ-চিল; পাচে ইংৰেজি মিসনেৰি পাদুৰি সাহাবে গৈ ধৰম সিকোআত টাহিটি লোকে দুষ্ট আচাৰ এৰি খ্রিষ্টিয়ান ধৰম ললে। ফ্রাঞ্চি দেসৰ ৰোমি পাদুৰিএ তাকে দেখি ধৰম ওলোটাই ৰোমি ধৰম সিকাবৰ নিমিত্তে তালৈ গল; কিন্তু পোমাৰে নামেৰে টাহিটিৰ ৰানি বাদসাই সেই ৰোমি পাদুৰি তাতে ধৰম সিকাবলৈ নি দিলে; সেই নিমিত্তে ফ্রাঞ্চি ৰজাই তেঁৱে সৈতে ৰন কৰি বহু মানুহক মাৰিলে; সেস জি থাকিল হাবিত পলাই আচে, পোমাৰে ৰানিও দেসান্তৰ হল।

স্রীজুত যেট্‌চ নামেৰে এজন বাপ্তিষ্ট মিস্যনেৰি পাদুৰি সাহাব নৰিয়া হেতুকে ইংলণ্ডলৈ জাঁওতে চুফ সাগৰত ৩ জুলাইত খ্রিষ্টৰ আস্রইত পৰলোক প্রাপ্ত হল। তেঁও বঙ্গাল দেসত ৩০ বচৰতকৈ অধিক থাকি ধৰম পুথি খন বঙ্গালি ভাসাৰে ভাঙ্গি লিখিলে, আৰু ধৰম পুথিৰ অন্তৰ ভাগ সংস্কৃত আৰু হিন্দুস্থানি ভাসাৰে লিখিলে; তাত বাজে সংসাৰিক বিদ্যাৰ ১০। ১২ খান পুথি লিখি, এই দেসৰ মানুহক অনেক উপকাৰ কৰিলে।

৪ জুলাইত তেক্‌চাচ নামেৰে এক দেস আমেৰিকাৰ মিল দেসবোৰে সৈতে সঙ্গ লৈ একে দেস হল।

৭ জুলাইত বঙ্গাল দেসৰ স্রী দ্বাৰকানাথ ঠাকুৰ বাপুএ লণ্ডন নগৰত ইংলণ্ডৰ মহা ৰানিৰ আগত সাখ্যাত হোআত মহা ৰানিৰ আৰু স্বামি প্রিঞ্চাল্‌বৰ্ৰ্তৰ মুৰৰ নক্‌চা সেই বাপুক দি মৰ্জদা কৰিলে।

জুলাইৰ ২৩ তাৰিখত ঢাকাত ভুঁইকঁপ গল; ২৬ তাৰিখত কলিকতা গুআহাটিতো হৈচিল।

২৫ জুলাইত নুজিলণ্ড মানুহে ইংৰেজি সৈতে আকও জুপ কৰি ডেৰ স মানুহক মাৰিলে।

আগষ্টৰ ৬ তাৰিখত অসম দেসত বৰ ভুঁইকঁপ হল; নগাঁও গুআহাটিত কেতবাৰ পকি ঘৰ ফাট ললে।

২ আগষ্টত ইংলণ্ডৰ ৰাজ মেল ভাগিলত স্রী স্রী মতি বিক্তৰিয়া মহা ৰানি আৰু তেঁওৰ স্বামি সহ মহিম প্রিঞ্চাল্‌বৰ্তে লণ্ডন নগৰ এৰি ঢৰ্মানি দেস চাবলৈ গল। সাগৰৰ বাট অন্ত পৰিলত আন্তঅৰ্প, বন, কোলোন, কোবৰ্গ আদি কৰি অনেক নগৰলৈ গৈ তাতে সকলো লোকৰ অনেক মান সত্‌কাৰ পালে।

আগষ্টৰ ১১ দিনত পাটনা নগৰত কইদি মানুহে ভাত ৰান্ধিবৰ কথাত আগ্যা নে মানি হাকিমৰ বিৰোধে উঠি কিলা কিলি কৰিলে; তাতে চিপাহিএ বন্দুকেৰে গুলিয়াই এটা কইদিক মাৰিলে, পাচে সকলোবোৰ বসবৰ্ত্তি হল।

২৭ আগষ্টত অসম দেসত ভুঁইকঁপ হল।

গয়াৰ ১৩০০ ফাটকিয়া মানুহে একে লগে আলচ কৰি হাকিমৰ বিৰোধে উঠি দাৰোগাক মাৰিলে, আৰু মাজেষ্টৰ সাহাবকো মাৰিবলৈ উদ্যত কৰিলে। তেতিয়া বৰ্কান্দাজে হিলৈ এবেলি মৰাতে ১৬ টা কইদি মৰিলে; তাতেহে বস হল।

চেপ্তেম্বৰৰ প্রথম দিনত আইচ্‌লণ্ড মাজুলিৰ হেক্‌লা পৰ্বত ফুটি তপত জোলৰ নদি ওলাল।

ডেন্মাৰ্ক দেসৰ ৰজাৰ পৰা স্রীৰামপুৰ নগৰ কিনি, ১১ অক্তোবৰত কম্পানি লোকে সেই নগৰৰ অধিকাৰ হৈ মহা ৰানিৰ নিচান তুলি থলে।

আয়ৰলণ্ড নামে ইংলণ্ডৰ পচিম বৰ মাজুলিত এই বচৰে বিলাতি আলুত কিবা ৰোগ হৈ গেলি জোআত সেই দেসৰ মানুহে ভাতৰ দৰে আলুকে খোআ সহজ দেখি এতিয়া বৰ দুৰ্ভিখ্যা হৈচে।

পঞ্জাব অৰ্থাত ৰঞ্জিতচিঙ্গৰ দেসৰ সেনাই আক্রমন কৰি সতদ্রু নদি পাৰ হৈ কম্পানি দেসলৈ অহাত আমাৰ দেসাধিপতি স্রীস্রীজুত গৱৰনৰ জেনৰল বাহাদুৰে এই অপৰাধৰ নিমিত্তে সিহঁতৰ জি গাঁও নগৰ সতদ্রু নদিৰ ইপাৰে থাকে সেইবোৰক দখল কৰিবলৈ ১৩ ডিচেম্বৰত আগ্যা দিলে। আৰু পঞ্জাবি ৩০০০০ সেনাই ৰন কৰিবৰ নিমিত্তে আহিচে; কম্পানিৰো সেনা ২৫০০০ মান তালৈ গৈচে।

১৮ ডিচেম্বৰ তাৰিখত ফিৰোজপুৰ নগৰৰ ওচৰত পঞ্জাবি মানুহে কম্পানিৰ সেনাই সৈতে জুধৰ আৰম্ভন কৰিলে। তাতে সিহঁতে পৰাজই হোআত সিহঁতৰ বৰ টোপ ২০ টা কম্পানিৰ লোকে কাঢ়ি নিলে।

ডিচেম্বৰ ২১ আৰু ২২ দিনত কম্পানিৰ সৈন্যে

পঞ্জাবি ৬০ ০০০ সাটি হেজাৰ সেনাই সৈতে যুধ কৰি, পঞ্জাবি মানুহ ৰনত পাৰ্গত হোআ হেতুকে দুয়ো দলৰ বহু সেনা মৰিল, আৰু অনেক সাহাবো মৰিল। সেসত কম্পানিৰ লোকে সত্ৰুক ৰণ্ড ভণ্ডকৈ পৰাজই কৰি ৭০ ৰৰ টোপ আদি কৰি সকলো ৰনৰ সামগ্ৰি পাই অৱসেস থকা মানুহক সত্ৰু নদিৰ সি পাৰলৈ খেদালে। পাৰ হওঁতে ২০০০ মান মানুহ মৰিল। পঞ্জাবৰ লাহোৰ নামে ৰাজ নগৰৰ পৰা কোনো পত্ৰত লিখিচে, পঞ্জাবি সেনা ৯০০০ ন হেজাৰ মৰিল, এখা মৰা তিনি হেজাৰ। ফিৰোজপুৰৰ পৰা পাচে অহা পত্ৰত লিখিচে, পঞ্জাবিৰ মৰা আৰু কটা মানুহ ২০ ০০০ কুৰি হেজাৰ হৈচে। কম্পানিৰ লোক ১০০০ এহেজাৰ মৰিল, গুলি লগা হৈ দু হেজাৰ মান আচে।

সেই মহা ৰন জিকা হলত জয়ধনিৰ নিমিত্তে শ্ৰীজুত গৱৰ্নৰ জেনৰল ৰাহাদুৰে নগৰ সকলত ৰৰ টোপ ২১ বাৰ মাৰিবলৈ হুকুম দিলে। ॥

---

## ধৰমৰ কথা বাত্ৰা।

**Religious Intelligence.**

জামেকা ৰৰ মাজুলিত এবচৰৰ ভিতৰত ২০০০ আফ্ৰিকা মানুহে খ্ৰিষ্টত বিস্বাস কৰি ইংলণ্ডৰ বাপ্তিষ্ট মিস্যনেৰি পাদুৰিবিলাকৰ হতুআই খ্ৰিষ্টিয়ান মণ্ডলিত গ্ৰাজ্য কৰা হল।

মান দেসৰ ঠায়ে ঠায়ে মিৰিৰ নিচিনা কাৰেন নামেৰে এবিধ মানুহ থাকে। সিবিলাকৰ অনেকে খ্ৰিষ্টিয়ান ধৰম লৈ মান বিসয়া সকলৰ হাতত বহু দুখ ভাবনা পাইচে। এবচৰৰ ভিতৰত ১৫০০ কাৰেন লোকে বিস্বাস কৰি বুৰ পোআ হৈ খ্ৰিষ্টিয়ান মণ্ডলিত সোমাল, এই কথা এক সমাচাৰ পত্ৰত লিখা দেখিচোঁ।

বম্বাইৰ ওচৰত থকা আহমেদ নগৰত জোআ অক্টোবৰ মাহত এক জন কবিৰ পন্থি মহন্ত আদি কৰি ৮ জন মানুহে পাদুৰি সাহেবৰ কথা সুনি বিস্বাস কৰি খ্ৰিষ্টিয়ান মণ্ডলিত গ্ৰাজ্য কৰা হল।

খেহ দেসৰ ৰজাৰ কেয়িঙ্গ নামেৰে এক মন্ত্ৰিএ খ্ৰিষ্টিয়ান সাস্ত্ৰ পাই ৰজাৰ ঠাইলৈ পঠোআত ৰজাই তালকৈ বিচাৰ কৰোআই তাৰ সকলো কথা উত্তম হোআ বুজি আপোনাৰ দেসৰ মানুহে য়ান ধৰম লবলৈ কোনোএ জেন বাধা ন কৰে এই আগ্যা দিলে। খেহ দেসত আগেএ এই ধৰম আচৰিবলৈ নিসেধ হৈচিলে। ॥



হেকলা পৰ্বতৰ তপত জোল ওলোআৰ কথা।

**Eruption of Mount Hecla.**

আইচলণ্ড নামে উত্তৰ সাগৰৰ এক মাজুলিত হেকলা নামেৰে এটা পৰ্বত আচে। তিনি চাৰি কুৰি বচৰৰ মুৰত সেই পৰ্বতৰ জুই আৰু ভাপেৰে পমি জোআ বস্তু ওলাই, টিঙ্গৰ পৰা নৈৰ নিচিনাকৈ বৈ জাই। ১৭৭২ ইংসকৰ পৰা ৭৩ বচৰ জুই ওলোআ নাই, কিন্তু জোআ বচৰৰ ১ চেপ্তেম্বৰত ৰৰ ভুঁইকঁপ আৰু ভুমিৰ গাজনি হল। পাচ দিনা অতি ভয়ঙ্কৰ গৰ্জনেৰে সৈতে পৰ্বতত দুই বাট ফুটিল; তাৰ পৰা লাবা অৰ্থাত সেই তপত জোল ওলাই দুয়ো সুঁতি সাগৰলৈ বৈ গল। সেই সুঁতিএ হাবিৰ মাজে দি বৈ গাঁৱৰ পোনে ন গল দেখি, তাত থকা মানুহ আপদত ন পৰিল। কিন্তু বৈ জোআ তপত জোল জি নদিৰ সাগৰৰ পানিত পৰিল, তাতে থকা মাচ সকলো ভাপেৰে মৰিল। সেই পৰ্বতৰ পৰা বহু চাই ওলাই ইংলণ্ডৰ কাসৰত অৰ্কনি নামে এক মাজুলিত উৰি আহি পৰিল।

হেকলা পৰ্বত ৩০০০ তিনি হেজাৰ হাত ওখ। তাৰ দাঁতিতে উতলি থকা ভুমুকবোৰ আচে; তলৰ জুইৰে পানি তপত হৈ উতলি থাকে। ওপৰ নকচাতো সেই ভুমুক লিখা আচে, তাতে কোনোবা মানুহে ই সি সিজাইচে। কোনো কালত সেই ভুমুকবোৰে ৫০। ৬০ হাত ওখকৈ পানি সিচি দিএ। ॥

## ৰজাৰ মৈদাম খনা।

**Tombs of the Asom Kings.**

পুৰ্ব্বে পৰা কোনো আহম ৰজা স্বৰ্গি হলে সেই ৰজাই জি জি বাচনত খাই, আৰু জি জি দ্ৰব্য বস্তু লই, আৰু লিগিৰা লিগিৰি, জহৰা জহৰি, আৰু কেতিয়াবা হাতি ঘোৰা, এই সকলো তাৰ পৰ ৰজাই মৈদাম বান্ধি তাৰ ভিতৰত সুমাই দিএ। এই ক্ৰমে বস্তু থই; ৰজা থোআ খোঁটালিৰ ওপৰে সাত খলপিয়া সোনাৰ বৰৈ দিয়া চন্দ্ৰ তাপ; মাটিত সোনৰ দাপোন মৰা চাল পিৰা; পিৰাৰ চাৰিও চুকে সোনেৰে বন্ধোআ চাৰি খুঁটি, তাতে আঁঠুআ দিএ; পিৰাৰ ওপৰত কপৰ পাটি; সোন বাখৰৰ বন কৰা গাৰু, তাতে ৰাজ অলঙ্কাৰে সৈতে ৰজা সুআই থই। পিৰাৰ কোনতে সোনত হিৰা বাখৰ পতা এনে ফাঁকেৰে হেঙ্গদাঙ্গ; কঁকালৰ ওপৰ মাটিতে চাৰি পাঁচ খান সৰাই, তাৰে এখান কপৰ সৰাইত সোনৰ বটা, তাৰ ভিতৰে সোনত হিৰা বাখৰ পতা চুন খাআ টেমি আৰু সোনাৰ ধঁপাত থোআ টেমা, সোনৰ ডাবেৰে কটাৰি আৰু কপৰ তামোল; এখান সৰাইত সোনৰ ভোগ জৰা, এখানত অলঙ্কাৰ, এই দৰে সোনৰ মাইহাঙ্গ আদি কৰি কপৰ ভোগ জৰা পৰ্জন্তে থই, আৰু সোন কপৰ পেৰাও থই। ভৰি পথানৰ ফালে সোনেৰে বন্ধা ধুঁআ খোআ, তাৰ ওপৰত কপৰ সাফৰ মৰা চিলিম, সোন কপৰ বন কৰা নলি থই, আৰু লিগিৰা এটাই সোনৰ মুঠি বন্ধা চোঁঅৰেৰে বিচে। এই দৰে অন্য অন্য চাইতো বস্তু মানুহ ইত্যাদি থই। কিন্তু ৰজা ভকতিয়া হবৰে পৰা জিয়া জন্তু নি দিয়া হল। তথাপি ৰুদ্ৰ সিংহ ৰজাৰ মৈদামত মুৰ চাইটা, প্ৰমত্ত সিংহৰ মৈদামত দহোটা বাৰেটা ওলাইচে বুলি মানুহে কই।

সেই মৈদাম ৰাখিবলৈ মানুহ দি থোআ দস্তুৰ আছিলে; এই হেতুকে কোনো লোকে মৈদাম খানি বস্তু লুট কৰিব নোআৰিছিল। আৰু ভুত, পিসাচ, আহম ডাইনি, আৰু ৰজাবিলাকো থাকে বুলি, খানিবলৈ সাহ নে পাই। গৰগঁয়া বুৰা ৰজাৰ মৈদামটো মাখোন মটকে আগেএ খানিলে। কিন্তু মোং সক ১৭৬৬, ইং সক ১৮৪৪ত চৰাই দেওত প্ৰথমে লখ্মি সিংহ ৰজাৰ মৈদাম চুৰকৈ সক কুৰিয়া ৰৰাৰ পুতেকে খানি বস্তু উলিয়াই নিলে। ইয়াকে দেখি ভুত পিসাচ নাই বুলি বুজি সকলো মানুহৰ ভই গুচি, চলিচ পঞ্চাস ইমান মানুহ গোট খাই অন্য ৰজাৰো মৈদাম খানিবলৈ ধৰিলে। সেসতে জি দুটা মান মৈদাম ন খনাকৈ আছিল, সেই মৈদাম ৰাখিব নোআৰাত অস্থি গঙ্গালৈ নিঁও বুলি শ্ৰীশ্ৰী পুৰন্দৰ সিংহ ৰজাই এতিয়া খনাইচে।

### খনা মৈদামৰ লেখ।

১। লখ্মি সিংহ ৰজাৰ পকি মৈদাম খানিলে। তাতে অনেক বস্তু ওলাল; জি মানুহে খানিলে তাক ফাটকত দিলে।

২। ডেকা গৰগঁয়া ৰজাৰ মৈদাম। তাক ১৪৭৪ সকত বান্ধিছিল; চ খোঁটালি ঘৰ; খানিলতে অনেক সোন কপৰ বাচন অলঙ্কাৰ পালে বুলি কই, আৰু মৈদামৰ ভিতৰত ঠায়ে ঠায়ে অনেক হাৰ ওলাল।

৩। প্ৰমত্ত সিংহ ৰজাৰ পকি মৈদাম। তাক ১৬৭৩ সকত বন্ধা হৈছিল।

৪। সিব সিংহ ৰজাৰ পকি মৈদাম। তাক ১৬৬৬ সকত বান্ধিলে।

৫। বৰ ৰজা অৰ্থাত আই কুঁঅৰিৰ মৈদাম। তাত সোনাৰ চুলিচেঙ্গ, হিৰা পতা কোঁট, তিনি সাৰি বাখৰ ডালিমা, হিৰা পতা বেখা আদি কৰি অনেক দ্ৰব্য খানি পালে।

৬। গৌৰিনাথ সিংহৰ মৈদাম। সেয়ে আনতকৈ সৰু।

৭। কমলেশ্বৰ সিংহৰ মৈদাম।

৮। ৰাজেশ্বৰ সিংহৰ মৈদাম। লখ্মি সিংহৰ আৰু ৰাজেশ্বৰ সিংহৰ মৈদামত বস্তু আটাইতকৈ সৰহ, ইয়াকে মানুহে কই।

৯। ৰুদ্ৰসিংহ ৰজাৰ পকি মৈদাম। তাত অনেক বস্তু আৰু সোন কপৰ পেৰা গোটা চাৰেক আছিল বুলি কই।

১০। খোৰা ৰজাৰ মৈদাম।

১১। এক দিহিঙ্গিয়া ৰজাৰ মৈদাম জাৰ নাম নে জানে, তাক চুৰকৈ খানি প্ৰথমতে সোমালত বালি মাটি খহি চাইটা মানুহৰ গাত পৰিল।

ৰাজত থকা মানুহে দুটা টানি উলিয়ালে, দুটা তাতে মৰিল। পাচে ৰজাৰ মানুহে খানোঁতে মাটি আকও খহি, এক দোঅনিয়া মানুহ পোত গৈচিল, লগৰ মানুহে উলিয়াই আনিলে।

১২। গদাধৰ ৰজাৰ মৈদাম অতি ডাঙ্গৰ দেখি চুৰকৈ খনা মানুহে ভিতৰ সোমাব নোআৰিলে। পাচে ৰজাৰ এস মান মানুহে দু মাহ খানি খানি মৈদাম ফুটাইচে। তিনি কুৰি হাত মান ওখ হৈচে।

১৩। প্ৰতাপ সিংহ ৰজাৰ মৈদম। চাহাৰ বাৰিতে আচে; ৰজাই খনাইচে।

চৰাই দেওত এই বিলাক ৰজাৰ মৈদাম আদি কৰি কোঁঅৰ কুঁঅৰি সকলো বৰ লোকৰ মৈদাম খানি দ্ৰব্য লুট কৰিলে। তাৰ পৰা গৰগাঁও, সিৱসাগৰ, চাৰিঙ্গ, জাঁজি, এই সকলতো মৈদাম খানি, কোনো কোনো লোকে দন্দ কৰি কিলা কিলি কৰি এধা মৰা হৈ আচে। সিৱসাগৰত অৰ্জুন বুৰা গোহাঁইৰ মৈদাম খানি ফুটিলত মানুহ এটা সোমাই ওলাব নোআৰি তাতে মৰিল।

জিবিলাকে আপোনাৰ ধনত মন সন্তোস ন হৈ মৈদামৰ বা অন্য মানুহৰ ধনত লোভ কৰি নিএ, সিবিলাকৰ সেই ধনৰ পৰা লাভ ন হই, কিন্তু অধৰমহে হৰ।

আগৰ কালত মিচৰ দেসত ৰজা সকলৰ এনে পকি মৈদাম বন্ধা দস্তুৰ আচিল। সেই মৈদাম তিনি হেজাৰ বচৰতকৈ অধিক হৈচে, তথাপি এতিয়ালৈকে নষ্ট নো হোআকৈ সেই দেসতে আচে। তাৰ এটাৰ নকচা তলত লিখা আচে॥



## কানিৰ বিবৰন।

**Evils of Opium.**

অতি মন্দ বস্তু কানি,
জি খাই বৰ অগিয়ানি,
সঞ্চিত বস্তু হই তাৰ হানি,
মুখে কই কটু বানি।

সকল লোকে থাকে জানি,
কানি খাই মন্দ প্ৰানি;
সি ন হই সংসাৰত গিয়ানি,
কথাই তাৰ অপ্ৰমানি।

বুধ বাৰ ইং সন ১৮৪৫ ৰ ২৪ ডিচেম্বৰত বেলি চাৰি ঘৰি ৰজাৰ সময়ত এক জন লোকে সিৱসাগৰৰ গিয়ানৰ সভাত নিবেদন কৰি কলে বোলে, কানি খালে ভাল ন হই, কিয়নো তাক খালে একো লাভ নাই, কেৱল মানুহ নষ্ট হই মাথোন; এই নিমিত্তে সেই কথাৰ বাদ বিচাৰ হবলৈ সভাপতি প্ৰমুখ্যাত সভাৰ সকলো মানুহৰ আগত বিনই ৰূপে নিবেদন কৰি জনালে।

পিচে সেই কথাতে সভাৰ প্ৰধান লোক এই দেসি আৰু বিদেসি জি জি মানুহ সভাত আচিলে, সকলোএ বাদ বিচাৰ কৰি কৰি দেখিলে,

আৰু কলে বোলে, কানি খালে ভাল ন হই, এই কথা সকলোএ গ্রাজ্য কৰিলে; আৰু কানি খালে তাৰ অপকাৰৰ জি জি ফল ধৰে, তাকো সকল মানুহে পৰ্হি জানিবলৈ ইয়াতে লিখি জনাইচে।

জদি কোনো বৰ ভদ্রু লোকৰ ঘৰত বহুত সম্প্তি থাকে আৰু সোনে ধনে বৰ চহকি হই, পিচে সি কানি খাবলৈ সিকিলে, আৰু লাহে লাহে অলপকৈ নিতৌ নিতৌ খাই পিচে সহজ হলে, তেতিয়া তাৰ সেই ধন থাকে মানে, নিৰ্ভই মনেৰে অতি মন দি খাই, আৰু আন আন জি কানিয়া মানুহ্ আছে তাকো খুআই; এই ৰূপে খাঁওতে খাঁওতে কিচুমান বচৰৰ মূৰত তাৰ জি জি সোন ধন আচিলে, সেই আটাই কানি খাওঁতে ধুকাল, আৰু আন জি জি কানি কাপৰ লোটা বাটি কাঁহ পিতলৰ পাত্র তাকো কানিৰ লগতে বেচি বেচি খালে; পিচে সেই কানিৰ গুনতে থাকি-সি একো বন কৰিব নোঅৰা হল, কিয়নো একো সক্তি নাই নিৰ্বলি হল, আৰু সৰপা হৈ বেলিলৈকে মুৰৰ মন মাধোৰ্ন; পিচে তাৰ ঘৰৰ গৰু মহ্ আন আন জি সম্প্তি আচিলে সেই সকলো কানিৰ লগতে নষ্ট হল, আৰু নিচইকৈ সি দুখিয়া হল।

পিচে তাৰ লৰা তিৰোতা জি জি পৰিয়াল থাকে, সিহঁতে সৈতে সদাই দন্দকৈ থাকে, আৰু খোআ বোআ বেলিত একো সুখ নাই, আৰু তাৰ ওচৰ চুবুৰিয়া চিনাকি মিত্তিৰবিলাকেও তাক মৰম ন কৰে, সেই নিমিত্তে কতো কানি পাবৰ উপাই নাই দেখি, আপোন ঘৰ বাৰি এৰি দেসে দেসে গাঁৱে গাঁৱে ফুৰি থাকে; আৰু সেই কানিয়া মানুহৰ আই বুপাই ভাই বন্ধু ইষ্ট কুটুম কালৈকো এফেৰিও মৰম নে লাগে; তাৰ গুন এই, জদি তাৰ মিত্তিৰৰ ঘৰত কিবা ভাল বস্তু দেখে তেন্তে সেই বস্তু লবলৈ সি বৰ চল চাই ফুৰে, কানি বা ৰূপ বা সোন বা আন আন জি বস্তু দেখে, তাকে চুৰকৈ আনে, পিচে আন ঠাইত বেচি কানি খাই, আৰু সি কেতিয়াও সঁচা কথা ন কই, এই ৰূপে কানিয়া মানুহে কানি খাবলৈ নে পালে সদাই চুৰ কৰি ফুৰে; কিন্তু কেতিয়াবা ধৰিবলৈ পালে ৰাজ সোধলৈ ধৰি নিএ, তাতে তাৰ আটাই চিনাকি মিত্তিৰবোৰৰ আগতো বৰ লাজ পাই, আৰু সোধতো দুসি হই তেতিয়া ৰাজ আগ্যানুসাৰে তাক ফাটকত দি থই; তাতে কানি খাবলৈ নে পাই অতিসই দুখ ক্লেস পাই, জাতনা ভুঞ্জি সৰিল অতি খিন হৈ, কি জানি কিচুমান দিন থাকি তাতে মৰি জাই।

পিচে হে ভাইবিলাক, এই প্রিথিৱিত জিয়াই থাকোঁতে অনেক অকৰম কৰি কৰি হেলাতে দিন খেদাই পিচত ইশ্বৰৰ ঠাইত পাপি হই, অনন্ত নৰকত পৰি থাকে গৈ।

আৰু আমি এতিয়া দেখিচোঁ, কানিৰ গুন কিমান হই, আৰু আন আন ঠাইত কোনো কোনো কানিয়াই আপোনাৰ লৰাকো কানিৰ নিমিত্তে এৰি দিএ, আৰু কই বোলে, মই পালিব নোআৰোঁ। হে প্রিয় মানুহবিলাক দেখা, এনে মন্দ বস্তু কানি; জি আপোনাৰ পেটৰ লৰা তালৈকো এফেৰিও মৰম নাই; সংসাৰিকত সকলো মৰম প্রিতি চেনেহ্ আৰু পৰকালত উধাৰ দিঁওতা জি ধৰম জেন বস্তু, এই আটাইৰে মোহ্ পৰিত্যাগ কৰি অকল কানিত মাথোন মন দি থাকে।

আৰু সুনিচোঁ, মোকাম নগাঁৱত এজন কানিয়াই তাৰ আপোনাৰ পেটৰ লৰা এটা আনি পাদুৰি সাহাবৰ আগত ভালেমান কাকুতি কৰি কলে, বোলে সাহাব এই মোৰ লৰাক আপোনাক দিঁও, আপুনিএ ৰাখোক, কিয়নো মই ইয়াক প্রতিপাল কৰিব নোআৰোঁ, আৰু মই দুখিয়া মানুহ, আৰু গাও কানিয়া, কানি মিলাবৰ উপাই নাই, ইয়াক মই কেনেকৈ পুহিম, আৰু তাৰ কাৰনে মই কানি বিচাৰি কোনো ফালে জাবও নোআৰোঁ, আৰু জদি কোনো গৰাকিএ কানি দিম বুলি বন কৰিবলৈ মাতে তালৈকো জাব নোআৰোঁ; এই লৰাই মোৰ প্রানৰ সত্রু হল। হে বন্ধু লোক দেখা, সেই কানিয়া মানুহৰ কথা; হাই হাই, পৰম ইশ্বৰে সৃজা এই স্রিষ্টিৰ ভিতৰত মানুহতকৈ কোন স্রেষ্ট আছে? তেনেকুআ জিয়াই থাকিলে প্রিথিৱিৰ এজন মানুহ হৈ থাকে, তাঙ্গৰ হলে বুধি হই, বুধি হলে গিয়ান হই, গিয়ান হলে ইশ্বৰত ভক্তি হই, পিচে পৰকালত অনন্ত সুখৰ ঠাই পাই, এনে মানুহ; এই সংসাৰত মানুহতকৈ আৰু ধন নাই।

ইও পোনে দেখা, তাৰ আপোনাৰ পেটৰ পৰা ওপজা লৰা, তথাপি এক্কেবিও মৰম ন হল; কিয়নো জি কানি তাক সি ভাঙ্গৰ বস্তু পাতিচে, আৰু জি তাৰ সন্তান তাক সৰু পাতিচে; আৰু তাৰ পৰা একো গুন নে পাম বুলি, তাৰ মনত ভাবিচিলে।

পাচে সেই লৰাক মৰম লাগি আগলৈ ভাল হব জেন বুলি, সাহাবে ৰাখিলে; আৰু জি মিস্যনেৰি ইস্কুল তাতে সাহাবে দায়া কৰি তাক সিকিবলৈ দিলে।

আৰু বাপেকে কানি খোআ গুনতে থাকি, সেই লৰাও অতি নিচলা হৈ ঘনে ঘনে নৰিয়া পৰে, আৰু মৰিব নে জিব তাৰ একো ঠিকনা নাই; এতিয়া হলে ইস্কুলতে আচে। এই নিমিত্তে দেখিচোঁ, কানিৰ গুন এই, তাৰ আগলৈ সন্তান বাৰ্হিবলৈকো আসা নাই, আৰু জি দুই এক জন থাকে, সিও বাপেক মাকক দেখি সেই সহজেৰে সদাই থাকে, ভাল হবৰ উপাই নাই, কেৱল বঙ্গহ নাস হোআ বুধি মাথোন।

আৰু কেতবোৰ কানিয়া মানুহে তাৰ লৰাক কেনেকৈ কানিয়া কৰে, তাক মই এক্কেবিমান কওঁ, বুজা, তাৰ জদি সৰু কেচুআ লৰা থাকে, তেন্তে বাপেক মাক দুয়ো ৰন কৰিবলৈ জাঁওতে, সেই লৰাক এক্কেবিমান কানি খুআই সুআই থৈ জাই গৈ; আৰু সেই লৰাৰ গাত ৰাগি ধৰি মৰাৰ নিচিনা হৈ সুই থাকে; পিচে সেই বাপেক মাক আহি লৰাৰ ৰাগি নৌ এৰোঁতে ৰনৰ পৰা আহি পাইহি, এই তাৰ লাভ। এই ক্রমেৰে খুআই খুআই ডাঙ্গৰলৈকে সহজ হই, তেতিয়া তাৰ নাৰি ওপজাৰে কানিয়া হই, আৰু কেতিয়াও এৰোঁ বুলি মন ন কৰে, কি জানি মৰিম বা, এনেকৈ মনেৰে গুনি খাই থাকে।

কিন্তু হে প্রিয় মানুহবিলাক দেখা, তাৰ জি বাপেক মাক সিঁইতে আপুনি জানিচে, কানি বেয়া বস্তু বুলি, আৰু তাৰ পৰা একো লাভ নাই, চহকি লোকে খালেও সি বৰ দুখিয়া হই, আৰু দুখিয়া লোকে খালেও সি বৰ চোৰ আৰু ডকাইত হই, কানি খোআত লাভ এক্কেবিও নাই কেৱল সৰিল সুখাই হত হই, সেসত অতি দুখেৰে প্রান মৰে আৰু নৰকিও হই। এই সকল গুন কানিৰ পৰা হই বুলি প্রাই সকলোএ জানে, তথাপি অগিয়ানিৰ মত হৈ কানি খাবলৈকো নেৰে, আৰু তাৰ লৰা চোআলিকো সিকাই; এই দৰে জি দেসতে কানিয়া সৰহ সেই দেসতে মিচা, অনিয়াই, ভাবি খোআ, অধৰম সদাই বাৰ্হি গৈচে, কিন্তু ধৰম হলে এক্কেবিও নাই।

অতি প্রিয় বন্ধু লোক সুনা কৰ্ন ভৰি,
মই নিবেদন কৰোঁ ক্রিতাঞ্জলি কৰি,
কানি, ভাঙ্গ, ফটিকা, এই সকলো নষ্ট,
তাক জি জি লোকে খাই অতি পাই কষ্ট।

অল্প অল্প কৰি খাই নু গুনে মনত,
পিচে হাত লগাই তাৰ সঞ্চিত ধনত,
একো লাভ নে পাই, তাৰ ৰাগি থাকে ধৰি,
ৰন বাৰি ন কৰি কেৱল থাকে পৰি।

এই ৰূপে খাঁওতে খাঁওতে ধনৰ পৰে ওৰ,
একো উপাই নে পাই পিচে হই মাথোন চোৰ,
অনেক অমৰ্জতা কৰি লৈ জাই ধৰি,
অতি দুখে থাকে পিচে কইদত পৰি।

কিচু দিন থাকে তাতে অতি দুখ পাই,
অনেক জাতনা খাই প্রানে মৰি জাই,
পৰকালে গতি তাৰ কি হব বিলাই,
অনন্ত নৰকে পৰি কৰে হাই হাই।

কানি আদি ৰাগি বস্তু খালে এই গুন,
সমস্ত সংসাৰৰ প্রানি মন দি সুন,
জানি জত্নে এৰা অতি মন্দ কানি,
ইশ্বৰ আগ্যা সিৰে ধৰা, এই প্রিয় বানি।

প্রিথিবিত গিয়ানি হবা, পাবা সন্তৰ সঙ্গ,
প্রেমে প্রভুৰ গিত গোআ মনে কৰা ৰঙ্গ,
মৰনতো নাই ভই জানিবা নিচই,
অনন্ত ঐশ্বৰ্জ সুখ পাবা স্বৰ্গে জাই। ব্দ

---

**THE ORUNODOI,**

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোআ। মোং সিৱসাগৰ, ফেব্ৰোআৰি ১৮৪৬ খ্ৰিষ্ট অঃ সঁক। ২ নম্বৰ।

VOL. I. SIBSAGOR, ASAM, FEBRUARY, 1846. NO. 2.


## অনেক দেসৰ সংসাৰিক সম্বাদ।

General Intelligence.

### হিন্দুস্থানৰ।

আসাম কম্পানিএ এবচৰৰ ভিতৰত ১৯৪ ০০০ পওণ্ড অৰ্থাত ৯৭ ০০০ সেৰ চাহ আৰ্জিচে। ইংলণ্ডলৈ নিলে সেৰে ২ টকাকৈ দৰ পাই মুঠে প্ৰায়ে ২ লাখ টকা পাব।

কলিকতাৰ ওচৰত থকা বাৰেকপুৰৰ পহ গৰৰ পৰা ১০ জানোআৰিত এটা বাঘ মুকলি হৈ ওলাই গোটা চাৰেক গৰু মাৰিলে। পাচে বস কৰি ৰাখিব নোআৰাত এটা বাৰি চোআই তাক গুলিয়াই মাৰিলে।

আয়ৰলণ্ড দেসত দুৰ্ভিখ্যাৰ কাৰনে সেই দেসি লোকৰ উপকাৰলৈ দান দিবৰ নিমিত্তে কলিকতাত থকা সাহাব লোক আদি কৰি অনেক মানুহে চান্দা কৰি ৩০ ০০০ ত্ৰিচ হেজাৰ ৰুপ পঠাই দিবলৈ পালে।

জোআ ডিচেম্বৰৰ ১৮ দিনত মুদ্‌কি নামে এক ঠাইত, আৰু ২১, ২২ দিনত ফিৰোজচহৰত পঞ্জাবি লোকক জুধত পৰাজই কৰোঁতে কম্পানিৰ সেনা মৰা আৰু খুন হোআৰ লেখ এই। মুদ্‌কিৰ জুধত মৰা ২১৫, খুন হোআ ৬৫৭; ফিৰোজচহৰত মৰা ৬৯৪, খুন হোআ ১৭২১। পঞ্জাবিৰ বৰ টোপ ৯১ টা আমাৰ মানুহে পালে; হিলৈৰ খাৰ ১ ৫০ ০০০ ডেৰ লাখ সেৰ।

লুধিয়ানা নগৰৰ ওচৰতে ২০ ০০০ কুৰি হেজাৰ মান পঞ্জাবি সেনাই সতজ্ৰু নদি পাৰ হোআ সুনি কম্পানিৰ এক সেনাপতি চেৰ হেৰি স্মিথ ৬০০০ চ হেজাৰ সেনাই সৈতে সেই নগৰৰ ফাললৈ গল। বাটত জাঁওতে পঞ্জাবিএ নিবাৰন কৰিবলৈ ২১ জানোআৰিত বৰ টোপ পাতি জুধ কৰিবলৈ ধৰিলে; প্ৰধান জুধ ন হল, তথাপি কম্পানিৰ মৰা আৰু খুন হোআ দুস ডেৰ স মান মানুহ হৈছিল বুলি এক পত্ৰত লিখিচে।

পাচে ২৮ জানোআৰি তাৰিখত কম্পানিৰ সেনাপতি মেজৰ জেনৰল চেৰ হেৰি স্মিথ সাহাবে ১২ ০০০ সেনাই সৈতে পঞ্জাবি ২৪ ০০০ সেনাক জুধ কৰি, সিহঁতৰ ৬০ বৰ টোপ আদি কৰি ৰনৰ সামগ্ৰি সকলোকে নিলে, আৰু সত্ৰুকে সতজ্ৰুৰ সিপাৰলৈ খেদালে। পঞ্জাবি মানুহ অনেক মৰিল। কম্পানিৰ মৰা খুন হোআ ৪০০ চাৰি স মাথোন হৈছিল।

### অন্য অন্য দেসৰ কথা।

৮ ডিচেম্বৰৰ ডাক লণ্ডন নগৰৰ পৰা আহি ৩৯ দিনত কলিকতা পালেহি।

লেপ্তেনন্ত উআঘৰ্ন নামে এজন সাহাবে ইংলণ্ডৰ নিমিত্তে বম্বাইৰ পৰা এক ডাক লৈ ফ্ৰাঞ্চৰ বাটে দি ন গৈ জৰ্মানি দেসে দি নকৈ বাট লৈ, ২৯ ।। দিনৰ মুৰত ৩১ অক্তোবৰ তাৰিখত লণ্ডন নগৰ পালেগৈ। ফ্ৰাঞ্চে দি জোআ ডাকে ৩ নৱেম্বৰত পালেগৈ।

ইংলণ্ড দেসত কলৰ ৰথ জাবৰ নিমিত্তে এক নতুন ৰেল্‌ৰদ পাতিবলৈ মাটি খানোঁতে সিহঁৰ এটা স খোআ পেৰা পালে। পাচে মেলি চাই ঢাকনিৰ ভিতৰ কালে কোনো লিখা আখৰ দেখিলে। তাকে পহিলত জানিলে, উলিয়ম কঙ্কৰৰ

ৰজাৰ গদ্দেদা নামেধে জি জিএক ১০৮৫ সঁকত মিৃত্যু হৈছিল, সেই মৰা স তেঁওৰেই। আৰু ওচৰতে তেঁওৰ স্বামিৰ স খোআ পেৰাও পালে; তেঁও ১০৮৮ সঁকত মিৃত্যু হল। এতিয়া ৭৫৮ বচৰ হৈচে; তথাপি হাৰ মাটিত লিন ন গল। তাৰ ওচৰত আন আন স খোআ সিলৰ পেৰা কেইবাটাও পালে।

ইংলণ্ডত ইটা সজা এটা কুমাৰে ৬ নৱেম্বৰত ফটিকা খাই অচেতন হৈ ৰাতি ঘৰলৈ জাঁওতে বৰ্মিংহেম ৰেল্ৰদ পাৰ হবলৈ ধৰাত কল লগা এখন ৰথ তাৰ ওপৰে গৈ এটা ঠেঙ্গ কাটি, হাতো ভাগি, মুৰ আৰু গা ভোখৰ জোল কৰাত একে খেনতে প্ৰান গল।

ইংলণ্ড দেসত নাগ মাটি খনা অনেক বৰ গাঁত আছে। জি এবিধ বায়ুত জুই লাগি কাঠ নো হোআকৈ খাৰৰ দৰে ৰবকৈ পোৰে, এনে বায়ু সেই গাঁতবিলাকত থাকি, কোনো কালে জুই লাগিলে তাত কাম কৰা মানুহক মাৰে। ৫ নৱেম্বৰ তাৰিখত হেডক নামে এখন গাৱত এনে গাঁতত ১৯ মানুহ কাম কৰিবলৈ সোমালত একে বেলি বায়ুত জুই লাগিল; ৯ জন তাতে মৰিল, সি সকলো এধা পোৰা হল, এটা মাথোন জিবলৈ আসা আচে।

আলজেৰি দেসৰ আৰবে সৈতে ফ্ৰাঞ্চি সেনাপতিএ ২৭ অক্তোবৰ তাৰিখত জুধ কৰি ৩০০ আৰব মানুহক মাৰিলে। পাচেও বনত বহু মানুহক মাৰিলে, আৰু জিবিলাকে দুটা বৰ গাঁতৰ ভিতৰত পলাই আছিলে, তাৰ মুখত খৰি চপাই সেইবোৰকো মাৰিলে।

মাদাগাস্কাৰ উপদিপাৰ লোকে সৈতে ৰন কৰিবলৈ ফ্ৰাঞ্চি ৰজাই ৫ খান জাহাজ ৮০০০ আঠ হেজাৰ মান সেনাই সৈতে তালৈ পাঁচিবলৈ উপাই কৰিচে।

শ্ৰী দ্বাৰকানাথ ঠাকুৰ বাবুএ ইংলণ্ডৰ পৰা পাৰি নামে ফ্ৰাঞ্চি ৰাজ নগৰলৈ জাৰ কালি গৈ মাহ চাৰেক তাতে থাকিব, ইয়াকে কোনো এক পত্ৰত লিখিচে।

ইংৰেজি জাহাজৰ এক কাপ্তান সাহাবে খেহ দেসৰ দু জন ডেকা মানুহ লণ্ডন নগৰলৈ নিলত খনিকৰে দুইৰো মুৰ্ত্তিৰ নক্চা লিখিলে। এটাৰ নক্চা তলত লিখা আচে; চেলা বন্ধা চুলি বৰ দিঘল, হাতত টুপি লৈচে।



লণ্ডন নগৰত অক্তোবৰ মাহৰ সেস ৭ দিনৰ ভিতৰত নানা ৰোগেৰে মৰা মানুহৰ লেখ ১৪৮

ইটালি দেসৰ ঠায়ে ঠায়ে ৰেল্ৰদ অৰ্থাত কলৰ

ৰথ জোআ আলি পাতিবলৈ ধৰিচে। কিন্তু ইটালিৰ জি ভাগৰ ওপৰত পাপা অৰ্থাত ৰুমিয়া ধৰমৰ গুৰু ৰজাই অধিকাৰ চেচে, তাৰ ভিতৰত পাতিবলৈ পাপাই নিসেধ কৰিচে।

ইটালি দেসৰ বিচুবিয়চ পৰ্বতৰ পৰা বহু ধুঁআ আৰু চাই এতিয়া ওলাইচে; ইয়াকে দেখি তাৰ ওচৰত থকা মানুহে বোলে, আৰু কিচু দিন হলে তপত জোলৰ নদি ওলাব।

জুমাজৰ সমুদ্ৰৰ মিতিলিন নামে এখন মাজুলিত ১৫ অক্তোবৰত ভুইকঁপ গল, তাতে অনেক পকি ঘৰ ভাগিল।

নুয়ৰ্ক নগৰত থকা মানুহ লেখি ৩.৬৬.০০০ মানুহ পোআ হৈচে।

দখিন আমেৰিকাৰ ব্ৰাজিল দেসত বহু মুল্য হিৰা থকা এক গাঁত পালে। তাতে কোনো দিনত ৬০ ০০০ সাঠি হেজাৰ, কোনো দিনত এক লাখ ৰুপৰ দাম হিৰা পোআ সুনিচোঁ।

মান দেসৰ ৰজাই আপোনাৰ ৰাজ্যৰ লোকক ফটিকা খাবলৈ নিসেধ আগ্যা কৰি, জি কোনো লোকে তাক বেচে, সেইবোৰক জৰিমনা কৰি ফাটকত দিবলৈ আগ্যা কৰিলে।

বৰ্নিও উপদিপত নাৱেৰে গৈ জাহাজক লুট কৰা অনেক ডকাইত আচে। সেই ডকাইতক জুধ কৰি ধৰিবলৈ ইংৰেজি জাহাজ দু খন সেনাই সৈতে গৈচে। ৮ আগষ্টৰ তাৰিখত সিহঁতৰ এটা কোঁঠ লৈ, গাঁও পুৰি ২০ বৰ টোপ নিলে। পাচে ১৯ আগষ্টত মালুদা নৈত জি আন বৰ কোঁঠত চেৰিফ অস্মান নামে সিহঁতৰ মালিক ১০০০ বনুআ সৈতে থাকিলে, সেই কোঁঠত জুধ কৰি অনেক মাৰিলে, সিহঁতৰ বৰ নাও ৩০ ত্ৰিচ খান পুৰিলে, ৩৩ বৰ টোপো নিলে।

নুহলণ্ড উপদিপৰ দখিন ফালে বাচ নামে সাগৰৰ এটা সুঁতিত থকা কিঙ্গ মাজুলিত কাটৰাকি নামেৰে এখান জাহাজ লাগি ভাগিল। ভগাৰ কাৰন এই, জাহাজৰ কাপ্তানে কিমান বাট পালেহি, ইয়াৰ গননা কৰোঁতে কোনো ভুল কৰি, ৰাতিৰ ওচৰ পালতো ৰাতিৰ পৰা ৬০ মাইলৰ আঁতৰ হোআ বুজি একে বেলিএই মাটিত খুন্দা খাই লাগিলহি। নুহলণ্ডত নিবাস কৰিবলৈ লৰা তিৰোতাই সৈতে জোআ অনেক মানুহ সেই জাহাজত আচিল; মুঠে ৪২৩, সিবিলাকৰ ৪১৪ মৰিল, ৯ টা মাথোন ৰাম পাই ৰখ্যা পৰিল।

২৪ ডিচেম্বৰৰ লণ্ডনৰ ডাকে ৩ ফেব্ৰোআৰিত কলিকতা পালেহি। তাতে লিখিচে, ৯ ডিচেম্বৰ তাৰিখত ইংলণ্ডৰ প্ৰধান ৰাজ মন্ত্ৰি চেৰ ৰবৰ্ত পিল সাহাবে শ্ৰী শ্ৰীমতি মহা ৰানিৰ সাখ্যাত সেই ৰাজ মন্ত্ৰি বাৰ সমৰ্পন কৰিলত মহা ৰানিএ শ্ৰীজুত লৰ্ড জন ৰচেল সাহাবক সেই বিসই লবলৈ আগ্যা কৰিলে, কিন্তু তেঁৱে লগৰ সহাই সকলে সৈতে আলচ কৰি ৰাজ বিসই লবলৈ থিৰ কৰিব নোঅৰাত শ্ৰী শ্ৰীমতি মহা ৰানিএ আকও চেৰ ৰবৰ্ত পিলক মাতি আনি সেই বাব দি পুনৰ বাৰ প্ৰধান ৰাজ মন্ত্ৰি পাতিলে। ॥

## ধৰমৰ কথা বাত্ৰা।

**Religious Intelligence.**

কলিকতা নগৰত স্কটলণ্ড মিস্যনেৰি পাদুৰিৰ বিদ্যালইত চাত্ৰ এহেজাৰতকৈ অধিক হই; স্কটলণ্ডৰ পৰা আন মিস্যনেৰি পাদুৰি আহি আৰু এক বৰ ইস্কুল পাতিচে; তাতো এহেজাৰতকৈ অধিক চাত্ৰ আচে।

জোআ বচৰত ইংৰেজি ২০। ৩০ পাদুৰি সাহাবে ইংলণ্ডৰ ৰাজ ধৰম এৰি ৰুমিয়া ধৰম লৈ ৰুমিয়া গুৰুত বস হল।

হিন্দুস্থানৰ মাজত ইংৰেজি বাপ্তিষ্ট মিস্যনেৰি সাহাব ২০ জন আচে; এই দেসৰ সাহাব ১২ জন; খ্ৰিষ্টিয়ান ধৰম কিৰ্তন কৰা হিন্দুস্থানি মানুহ ৫০; খ্ৰিষ্টিয়ান মণ্ডলি মুঠে ২৬; মণ্ডলিৰ লোক ১১০০। জোআ বচৰৰ ভিতৰত হিন্দুস্থানি মানুহ ১৩০ জনে বিস্বাস কৰি বুৰ পোআ হৈ সেই মণ্ডলিবিলাকত সোমাল।

মান দেসত ত্ৰিচ বচৰতকৈ অধিক থকা জদচন নামেৰে এজন আমেৰিকান মিস্যনেৰি. পাদুৰি সাহাবে ভাৰ্জা নৰিয়া পৰাৰ কাৰনে আপোনাৰ দেসলৈ গৈচে। বাটত জাঁওতে সাগৰৰ মাজত চেন্ত হেলিনা নামে এক মাজুলিত কিচু দিন থাকি, তাতে মেম সাহাবে প্ৰভু য়িচুক দেখিবৰ আসা কৰি আনন্দ মনেৰে মিত্যু হল। সাহাবে লৰাবিলাকে সৈতে আপোন দেসলৈ গল।




## গ্রহৰ বিবৰন।

**The Solar System.**

আকাসৰ সুন্যত থকা তৰা আটাইবোৰ আমাৰ পৰা সমান দূৰ ন হই। জি জি তৰা ওচৰ হই সেইবোৰ ডাঙৰ জেন দেখি, জি জি দূৰ হই সেইবোৰ সৰু জেন দেখি; আৰু চকুএৰে মনিব নোআৰি, দূৰ্বিনেৰেহে দেখিব পাৰি, এনে লাখ লাখ তৰা আছে। আমাৰ ওচৰত থকা জি তৰাই সুর্জ্জক ঘূৰি জাই, সেইবোৰ গ্রহ বোলে। কোন তৰা গ্রহ হই, তাক জানিবৰ নিমিত্তে বেলিএ বেলিএ চালে ঠিক পাই; গ্রহ হই জদি, তাৰ ঠাই লৰে, অন্য তৰা হলে ঠাই ন লৰে। গ্রহ ৭ টা মাথোন আছে; বুধ, সুকুৰ, ভূগোল, মঙ্গল, ব্রিহস্পতি, সনি, হর্চ্চেল। এই সকলো গ্রহে সুর্জ্জক ঘূৰি জোআ পথ ওপৰৰ নক্সাত লিখা আছে। মাজত থাকে সুর্জ্জ।

১। সুর্জ্জৰ ওচৰত থকা ভিতৰ হোআ পথত বুধ গ্রহে চলি জাই; সি সুর্জ্জৰ পৰা ৩৭০ ০০০০০ মাইল অর্থাত ১৮৫ ০০ ০০০ ক্রোসৰ অন্তৰত থাকি ৮৮ দিনত সুর্জ্জক ঘূৰে। সেই গ্রহ সৰু; তাৰ পথালি জোখ ৩২২৪ মাইল।

২। তাৰ বাহিৰে সুকুৰৰ পথ লিখা আছে; সি ৬ ৮০ ০০ ০০০ মাইলৰ আঁতৰ হৈ সুর্জ্জক ২২৪॥ দিনত ঘূৰিছে। তাৰ পথালি ৭৬৮৭ মাইল হই; প্রিথিবিতকৈ একেৰি সৰু। মাহ চাৰেক গধূলিতে, পাছে মাহ চাৰেক পুৱাই জি তৰা বৰ ৰস্মিএৰে সুজৰ ওচৰে ওলাই, তাকে সুকুৰ বুলি জানিবা।

৩। ভূগোল অর্থাত প্রিথিবি বচৰি বচৰি সুর্জ্জক ঘূৰিছে দেখি, তাকো গ্রহ বোলে। সুর্জ্জৰ পৰা ৯৫০ ০০ ০০০ মাইলৰ আঁতৰ হই। তাৰ পথালি জোখ ৬৯৬০ মাইল। উত্তৰৰ পৰা দখিনলৈ তাতকৈ একেৰি কম। ভূগোলে সৈতে এক উপগ্রহ অর্থাত চন্দ্র ঘূৰি থাকে; প্রিথিবিএ জেনেকৈ সুর্জ্জক ঘূৰে তেনেকৈ চন্দ্রে ২৯॥ দিনত প্রিথিবিক ঘূৰে, তাৰে মাহ হই। চন্দ্রৰ বহল জোখ ২১৮০ মাইল মাথোন হই।

৪। মঙ্গল প্রিথিবিতকৈ কিছু সৰু; তাৰ পথালি ৪০০০ মাইল হই। দেখিবলৈ আন তৰাতকৈ বৰন ৰঙ্গা। সুর্জ্জৰ পৰা ১৪ ৪০ ০০ ০০০ মাইলৰ অন্তৰত থাকি একচৰ ৩২২ দিনত ঘূৰে।

মঙ্গল আৰু ব্রিহস্পতিৰ পথৰ ভিতৰত চিৰিচ, পালাচ, জুনো, বেষ্টা, এই চাইটা অতি সৰু গ্রহ সুর্জ্জক ঘূৰি ফুৰে। দূৰ্বিনেৰেহে দেখি।

৫। মঙ্গলৰ বাহিৰে ব্রিহস্পতিৰ পথ লিখা আছে। সি গ্রহৰ মাজত ডাঙৰ; দেখিবলৈকো ৰস্মি বৰ প্রকাস। প্রিথিবিতকৈ এঘাৰ গুন বহল; তাৰ পথালি ৮৯ ০০০ মাইল হই। সুর্জ্জৰ পৰা ৪৯ ১০ ০০ ০০০ আঁতৰ, ১১ বচৰ ৩১২ দিনত ঘূৰে। তাৰ লগত উপগ্রহ ৪ টা আছে; আমাৰ চন্দ্রৰ দৰে গ্রহনো লাগে, দূৰ্বিনেৰেহে দেখিব পাৰে।

৬। ব্রিহস্পতিৰ বাহিৰে সুর্জ্জৰ পৰা ৯০ ১০০০ ০০০ মাইলৰ অন্তৰত সনিৰ পথ থাকে। ২৯ বচৰ ১৬৯ দিনত সুর্জ্জক ঘূৰে। পথালিৰ জোখ ৭৯ ০০০ মাইল। তাক ঘূৰনিয়াকৈ মেৰোআ মণ্ডলৰ আক্রিতি এক আচৰিত বস্তু দেখা জাই। তাক সনিৰ চক্র বোলে। সনিৰ উপগ্রহ অর্থাত চন্দ্র সাতোটা আছে।

৭। সেইবিলাক গ্রহৰ বাহিৰে হর্চ্চেল নামে ইংৰেজি এক বৰ পণ্ডিত সাহাবে ১৭৮১ সঁকত দূৰ্বিনেৰে চাই এটা নতুন গ্রহ দেখা পালে। সেই গ্রহৰো হর্চ্চেল নাম দিয়া গল। তাৰ পথালি

৩৫ ০০০ মাইল। সূৰ্জৰ পৰা ১ ৮০ ০০ ০০ ০০০ মাইল দূৰ হৈ ৮৪ বছৰ ৯ দিনত একেলি মাখোন ঘূৰে।

গ্রহ উপগ্রহৰ লেখ। প্ৰধান গ্রহ ৭; সৰু গ্রহ ৪; উপগ্রহ ১৮; মুঠে ২৯। নেজাল তৰা অনেক।

প্ৰত্যেক গ্রহৰ ডাঙৰ সৰু জানিবৰ নিমিত্তে পথালি জোখৰ দৰে তলৰ নক্চাত লিখা আ-




চে। তাত এটা নেজাল তৰাও লিখা আছে। নেজাল তৰা হলে সূৰ্জক ঘূৰে, তথাপি পথ সমান ঘূৰনিয়া ন হই; বৰ দিঘল পথত ঘূৰে। তাৰ গতিৰ দৰে কোনো কালে সূৰ্জৰ নিচেই ওচৰলৈ আহে, পাচে অতি দূৰলৈ গৈ অনেক বছৰৰ মূৰত আকও আহে।

---

ওপৰৰ কথা লিখাৰ পাচে লণ্ডনৰ ডাকে অনা সম্বাদ পত্ৰত এই কথা পাইচোঁ, জৰ্মানি দেশৰ হেঙ্ক নামেৰে এজন জোতিসিয়া ৮ ডিচেম্বৰত দূৰ্বিনে সৈতে তৰাবিলাকক চাওঁতে এক নতুন তৰা দেখিলে; পাচে দিন চাৰেক চালত আন তৰাৰ নিচিনা নিচল ন হৈ গ্রহৰ নিচিনা গতি কৰিলে, তাতে সেই তৰা এটা নতুন গ্রহ বুলি জানিলে; কোনো কালত তাক আগেএ দেখা পোৱা নাই। সেই গ্রহ কিমান ডাঙৰ আৰু কিমান দূৰ হই, তাক জোখা ন হল; এতিয়া বুজিবলৈ উপাই কৰিছে।

## প্ৰিথিৱিৰ আকাৰৰ বিসই।

Shape of the Earth.

প্ৰিথিৱি বৰাৰ টেঙ্গাৰ নিচিনা ঘূৰনিয়া। পুৰান আদিতে কই, প্ৰিথিৱি আৰ্চিৰ নিচিনা; আৰু পুথি কৰা লোকে লিখে, জে প্ৰিথিৱি চাৰি চুকিয়া, ও কোনোএ তিনি চুকিয়া বুলি কই। সেই সকল কথা প্ৰমান ন হই; কাৰন ইউৰপ দেসৰ জোতিসৰ পুথিত ও ব্ৰহ্ম সিদ্ধান্তত ও সূৰ্জ্য সিদ্ধান্তত ও সিদ্ধান্ত সিৰোমনিকে আদি কৰি পুথিবিলাকত প্ৰিথিৱি ঘূৰনিয়া বুলি কৈছে। আৰু হিন্দুস্থানৰ ও ইউৰপৰ পণ্ডিতবিলাকে ওপৰে লিখা পুথিবিলাক মিলাই মিলাই চাইছে; আৰু সেই পুথি প্ৰমানিক দেখি মান্য কৰে, ও তাৰে সকলোএ সিখ্যা পাই, আৰু জোতিস জনাবিলাকে পঞ্জিকা ও গ্রহনকে আদি কৰি আকাসৰ ভাৱি ঘটনা নিচই কৰি দেখুআই। তাৰে প্ৰিথিৱি ঘূৰনিয়া বুলি জনা জাই, কিন্তু অন্য আকাৰ প্ৰমানিক ন হই।

প্ৰিথিৱি জে ঘূৰনিয়া ইয়াৰ পৰিমান পাৰলৈ কোনোৱা নাৱিক ইউৰপৰ এক দেসৰ পৰা জাহাজেৰে একে মুখে প্ৰিথিৱিৰ চাৰিও কালে ঘূৰি আকও আপোন দেস পাইচিল। জদি প্ৰিথিৱি ঘূৰনিয়া নো হোআইতেন তেন্তে নাৱিক লোকে আপোন মুখ নু ঘূৰুআইক আপোন দেসলৈ আহিব নোআৰিলেহেঁতেন। তিনি স বছৰ হল, ইউৰপৰ মাজত ইস্পানিয়া দেসৰ পৰা মাগেলন সাহাব ৫ জাহাজেৰে সৈতে পুব ফাললৈ মুখ কৰি প্ৰথমে প্ৰিথিৱি বেৰি ভ্ৰমন কৰিবলৈ গৈচিল। ঐ সাহাব কোনোৱা লোকৰ দোআৰাই বাটত মৰা হল, কিন্তু তেঁওৰ জাহাজৰ মুখ নু ঘূৰুআকৈ এহেজাৰ এস একুৰি চাৰি দিনে পুনৰ বাৰ আপোনাৰ দেসলৈ আহিচিল। পাচত ইংলণ্ড আদি কৰি অনেক দেসৰ লোকে কেতবোৰে পুব মুখে গৈ কেতবোৰে পচিম মুখে গৈ জাহাজ নু ঘূৰুআকৈ প্ৰিথিৱিক বেষ্টন কৰি আহিলে। ৫০ বছৰ হল, মহা জসস্যা পোআ কাপ্তান কুক সাহাব প্ৰিথিৱিক বেষ্টন কৰিবলৈ গৈচিল, পাচত দু বাৰ এনেকৈ কৰি তিতিয় বাৰত তেঁওৰ দোআৰাই জনা হোআ পাচিফিক মহা সাগৰৰ মাজত হাৱাই নামেৰে উপদিপৰ মানুহবিলাকে তেঁওক অকাৰ-

নে বধিলে। এতিয়াৰ দিনত মুদৈৰ জাহাজবিলাকে ১ মাহ্ বা এবচৰৰ ভিতৰত প্ৰিথিবিক ঘুৰি জাই, বেষ্টন কৰা এনে সুগম হৈছে।

প্ৰিথিবি জে গোল তাৰ দুতিয় প্ৰমান এই। সমুদ্ৰৰ পৰা জদি কোনো জাহাজ তিৰলৈ আহে তেহে তিৰত থকা লোকবিলাকে প্ৰথমে তাৰ মস্তুলৰ আগটো দেখে, পাচে ক্ৰমে ক্ৰমে তলিলৈকে দেখিবলৈ পাই, সেই মতে জাহাজত থকাবিলাকে আগেএ তিৰত থকা পৰ্বত গচ আৰু ঘৰ ইত্যাদি দেখে; কিন্তু জিমান ওচৰলৈ আহে তিমান মাটিলৈকে দেখিবলৈ পাই। আৰু মানুহৰ চকু এনে সৃজন হৈছে, জে সৰু বস্তুতকৈ ডাঙৰ বস্তু অনেক দূৰে দেখে, এতেকে প্ৰিথিবি জদি সমান হলহেঁতেন তেহে জাহাজৰ অতি সৰু মস্তুল নে দেখাকৈ তাৰ ডাঙৰ গাটো অৱস্যে আগেএ দেখিলেহেঁতেন। এই দিস্টান্তৰ দোআৰাই প্ৰিথিবি ঘুৰনিয়া হোআৰ প্ৰমান আৰু দিঢ় হই। আমি জেনেকৈ সমুদ্ৰক ঘুৰনিয়া দেখোঁ সেই ৰূপ প্ৰিথিবিৰ ঘুৰনিয়া ভাও পৰ্বত ও গচ ও গ্ৰাম আদিৰ দোআৰাই ঢুকি থকা দেখিবলৈ নে পাওঁ; কিন্তু উত্তৰে তাতাৰ নামেৰে জি দেস আছে সি সমান থলে আৰু গচ গচনি নাই কিয়া, এই কাৰনে তাতে জেতিয়া মানুহ অতি দূৰে থাকে তেতিয়া তাৰ মূৰটো আগ বাৰ্হি দেখে, পাচে কান্ধ আৰু বুকু গাঁৰিকে আদি কৰি জিমান ওচৰ হই তিমান ক্ৰমে ক্ৰমে ভৰিলৈকে দেখা জাই।

প্ৰিথিবি জে ঘুৰনিয়া তাৰ অতি দিঢ় প্ৰমান এই, জেতিয়া চন্দ্ৰ গ্ৰহন হই তেতিয়া প্ৰিথিবিৰ চাঁ চন্দ্ৰৰ ওপৰত ঘুৰনিয়া আকাৰে পৰে। জদি প্ৰিথিবি ঘুৰনিয়া ন হলহেঁতেন তেহে এনেকুআ দেখা ন গলহেঁতেন; কিয়নো ঘুৰনিয়া বস্তুৰ বাহিৰে অন্য কোনো বস্তুৰ চাঁ সম্পূৰ্ন ভাৱে ঘুৰনিয়া হব নোআৰে। সূৰ্জ আৰু চন্দ্ৰৰ মাজত প্ৰিথিবি প্ৰবেস হোআতে চন্দ্ৰ গ্ৰহন হই, এই কাৰনে জেনেকুআ প্ৰিথিবিৰ আকাৰ তেনেকুআ চাঁ চন্দ্ৰৰ ওপৰত পৰে। বেলেগ বেলেগ দেসৰ ভিন ভিন মানুহে অনেক বাৰ চন্দ্ৰ গ্ৰহন দেখিছে, তাতে ঘুৰনিয়াত বাজে কেতিয়াও অন্য ৰূপ কেও দেখা নাই। এই কাৰনে এই এই ওপৰে লিখা পৰিমানৰ দোআৰাই সকলো দেসৰ লোকবিলাকে প্ৰিথিবিৰ ঘুৰনিয়া আকাৰ নিচই কৰিছে। কিন্তু পৰ্বতবিলাকৰ ওখ হোআ আৰু সাগৰবিলাক চাপৰ হোআৰ কাৰনে জদি কোনোএ প্ৰিথিবিৰ ঘুৰনিয়া আকাৰ ন হই বুলি কই, তেন্তে তাৰ উত্তৰ এই, ৰবাৰ টেঙ্গাৰ গাৰ ওপৰত অলপ অলপ ওখ চাপৰ থকাতো তাক ঘুৰনিয়া বোলে, তেনেকৈ প্ৰিথিবিক দেখা জাই। ইয়াৰ প্ৰমান এই, হিমালই পৰ্বতকৈ প্ৰিথিবিত আৰু ওখ পৰ্বত নাই, সি ওখই ৫ মাইল অৰ্থাত আঢ়ৈ ক্ৰোস; কিন্তু প্ৰিথিবিৰ পথালি অৰ্থাত তাৰ সোঁমাজৰ জোখ ৭০০০ সাত হেজাৰ মাইলতকৈ অধিক হই, অৰ্থাত প্ৰিথিবিতকৈ সেই পৰ্বত ১৪০০ গুনে সৰু। পিথিবিৰ ঘুৰনিয়া আকাৰৰ প্ৰমান এইবিলাক দিলো, পাচৰ অৰুনোদইত প্ৰিথিবিৰ পৰিমানৰ বিসই লিখিম। প. স.

---

## জাহাজ ভঙ্গা।

**Wreck of the Letitia.**

লিটিস্যা নামেৰে এক নতুন সকত জাহাজ সনিবাৰ ১৫ চেপ্তেম্বৰ তাৰিখত মৰিচ মাজুলি এৰি কলিকতা নগৰলৈ জাবলৈ ধৰিলে। পাচে ঐসান্য দিসে দুদিন লৈগে দেও বাৰৰ ৰাতিত কাপ্তান সাহাবে সেই ঐসান্য দিসে লৈগে থাক বুলি হুকুম দিলে; কিন্তু সিল বালি চট সেই ঠাইত আছে তাকে ভালকৈ চাই জাবা বুলি ন কলে। সো ৰাতি ডাৱৰিয়া এন্ধাৰ; কাপ্তানৰ প্ৰধান সহাই জাহাজ চলাওতে এক ঘন্টাতে ৮ ডাঁৱৰ বাট জোআ বেগেৰে লৈগে ৰাতি নু পুআত এটা সিলত উঠি বল। তাতে জাহাজ পাতল কৰিবলৈ বস্তু উলিয়াই পেলাবৰ নিমিত্তে হুকুম দিলে, কিন্তু লাস্কাৰ অৰ্থাত পাল তৰা কুলিবোৰ বিচুৰ্তি হৈ আগ্যা নু সুনি আলা নাম মাথোন লৈ একো কাম ন কৰিলে। পাচে সাগৰৰ ঢৌএ বৰ বেগেৰে খুন্দা মাৰি জাহাজৰ ওপৰত ঘনে ঘনে পৰি থকাত জি তিনি খন নাও জাহাজত নিএ তাৰ দুখন ডাঙ্গি পেলালে, সৰু নাও এখন থাকিল মানুহে তাক পানিত পেলাই, লেজু ডালৰ আগত ধৰি ওচৰত থকা সৰু মাজুলিলৈ লৈগে সেই

নাও খনো ৰাম পাঁওতে সিলত লাগি ফাটিল। পাচে ৰাম উঠি লেজু লগাই ৰাখিলে, সি মুৰে জাহাজত বন্ধা থাকিল। সেই লেজুতে ধৰি জাহাজৰ অনেক মানুহে ৰাম পালেহি; কিন্তু কাপ্তান সাহাব, আৰু তাৰ সহাই, মিস্তিৰি, খাস্কেমা আৰু লাস্কাৰ ৬ টা নৌ জাঁওতে লেজু চিগিল, সিবিলাক জাহাজতে থাকিল। জিয়া জন্তু জাহাজৰ ওপৰত জি আচিল, ঢৌএ উটাই নিলে; মেৰ চাগ এটা, পাতি হাঁহ এটা, ৰাজ হাঁহ এটা, এই তিনিক ৰামত থকা মানুহে ধৰি ৰাখিলে।

গধুলি ৪ বজাত মাল্কম নামে কাপ্তান সাহাবে ৰামলৈ সাঁতৰি জাবৰ মনেৰে লেজু ধৰি পানিত নামিল; আদ খিনি বাট গলত বল হিন হৈ, ওপঙ্গা কাঠ ডাল ধৰিও জাব নোআৰি মৰিল। পাচে জাহাজত থকাবিলাকে জাব নোআৰি নিৰসা হৈ অতি দুখেৰে সেই ৰাতি তাতে পৰি থাকিল। ৰাতিৰ ভিতৰত জাহাজ ভাগি অনেক বস্তু পানিত পৰিলত জাহাজ লঘু হৈ ৰাতি পুআ উপঙ্গি উটি মাজুলিৰ কাসত চাপিলগৈ। তাতে মানুহ ৰখ্যা পালে, আৰু জাহাজ সিলতে ঢৌতে ভাগি ডুখৰি ডুখৰি হৈ উটি গল।

সেই মাজুলিৰ নাম ফ্রিগেট, কাৰ্গদো মাজুলি চাপৰিবিলাকৰ মাজতে থাকে। সি নির্জন, আৰু তাক ঘূৰিবলৈ এডাঁৰ বেলিৰ বাট। তাতে সমুদ্ৰৰ চৰাই আৰু কনি অনেক পালে, আৰু ঐস্তৰ নামে এবিধ ডাঙ্গৰ সামুকো পালে। সাগৰৰ পানি দিনে দিনে উঠাতো সেই মাজুলি তল নো হো আকৈ ৬ হাত থাকে। তাতে ঠায়ে ঠায়ে অতি সৰু গচ আৰু সাক বন আচে; কিন্তু চৰাই, কনি, ঐস্তৰ সামুক এইবিলাকৰ বাহিৰে খোআ বস্তু নে পালে; ভাল পানি ওলোআ এক ভুমুকো পালে। জাহাজৰ কাঠ পাল আদি কৰি জি জি বস্তু উপঙ্গি ৰামলৈ আহিল, তাৰে সৈতে মানুহে সৰু ঘৰ সাজিলে, আৰু অহা জোআ জাহাজৰ মানুহে দেখিবৰ নিমিত্তে সিহঁতে ওখকৈ এটা নিচান পুতি থলে। জুই নে পাই দেখি কাঠত ঘৰিসনা টানি জুই উলিয়াবলৈ ধৰিলে, কিন্তু নোআৰিলত অতি দুখ হৈ থাকি কেঁচা মঙ্গহকে খাই জিলে। পাচে এখন ডুঁৰ সাজি তাত জাবৰ মনেৰে অনেক চৰাইৰ মঙ্গহ ৰদত সুকাই ৰাখিলে।

২১ চেপ্তেম্বৰত এক জাহাজ ওচৰে জোআ দেখি সিহঁতে সেই ঠাই এৰি আহিবলৈ বৰ আসা কৰিলে, কিন্তু জাহাজৰ মানুহবিলাকে সিহঁতক নে দেখি নু বুজি গুচি গল। পাচে ২৯ চেপ্তেম্বৰত আৰু এক জাহাজ দেখি তাক পাবলৈ ১২ জন লাস্কাৰ ডুঁৰত উঠি খেদি গল, কিন্তু নে পালে, আৰু সোঁতৰ নিমিত্তে উভতি আহিবও নোআৰি মহা সাগৰত বতাহে উটাই নিলে।

অক্টোবৰৰ ২৭ দিনত মাজুলিত থকা এক মানুহে জাহাজৰ উটি অহা বস্তুৰ মাজত সুর্জ পটৰ নিচিনা দুৰ্বিনৰ গুৰনিযা আৰ্চি এখন পাই তাৰে জুই উলিয়ালত সকলৰো বৰ আনন্দ হল।

১৫ নৱেম্বৰ তাৰিখত মাজুলিৰ পুব ফালে এটা জাহাজ থকা দেখি সিহঁতে সৰু নাও বাত, জাবলৈ ধৰি সোঁতৰ কাৰনে নোআৰিলে; পাচৰ দিনাও সেই জাহাজ ন গল দেখি আকৌ নাৱত উঠি দুই ঘৰি বৰ স্ৰমেৰে নাও বালে, তেও নোআৰিলে। নাও ভগা দেখি দুই মানুহে পানিসিচি থকাতেহে জাব পাৰিলে। কিন্তু পাচে ইশ্বৰৰ অনুগ্ৰহেৰে সেই জাহাজৰ কাপ্তান বাৰই সহাৰে তাত মানুহ থকা বুজ পাই ১৮ নৱেম্বৰ সৰু নাও পঠাই সকলোকে সেই দুৰ্গম ঠাইৰ পৰা নি আপোনাৰ জাহাজত তুলিলে। তাতে উনচলিচ জন মানুহ ৰখ্যা পৰিল।

আৰু ১২ মানুহে সৈতে জি ডুঁৰ উটি গৈচিল, তাক আটলান্টা নামেৰে এক ফ্ৰান্সি জাহাজৰ কাপ্তানে সাগৰত পালে। সিহঁতৰ ১০ জন খাবলৈ নে পাই মৰিল, জিয়াই থকা দুটা মাখোন পাই কলিকতা নগৰলৈ আনিলে। ॥

প্ৰিথিবি জে গোল আৰু সুৰুজ ঘূৰে, গালিলিও নামে জি জন পণ্ডিতে এই কথা প্ৰুমান দি থিৰ কৰিলে, সেই কথা প্ৰকাস কৰাৰ কাৰনে ৰমিয়া ধৰমৰ বজাই তেঁওক ধৰিলে, আৰু ধৰমৰ বিৰোধে মিচা কথা সিকাইচে বুলি তেঁওক বন্দিসালত থৈ অনেক দুখ তাৰনা কৰিলে।



প্রথম খ্রিষ্টিয়ান মার্ত্তৰ স্তিফানৰ মৰন।

Martyrdom of Stephen.

আমাৰ প্রভু যিচু খ্রিষ্টক বধ কৰাৰ পাচে তেঁওৰ সাখি হৈ জি মানুহ ধৰমৰ নিমিত্তে মৰনৰ দুখ পালে, এনে মানুহক খ্রিষ্টিয়ান মার্ত্তৰ বোলে। খ্রিষ্টৰ দিনৰে পৰা এতিয়ালৈকে তেঁওৰ বিস্বাসি ধৰমৰ সাখি দেসে দেসে জগতৰ লোকে সাস্তি তাৰনা কৰি মাৰি আচে।

খ্রিষ্টিয়ান মানুহৰ এনে সংসাৰিক দুখ হব, ইয়াকে যিচুএ প্রিথিবিত থাকোঁতে ভবিস্যত বাকোৰে আপোনাৰ সিস্যবিলাকত কলে। ধৰম সাস্ত্রত লিখা আচে, দেখা কুকুৰ নেচিয়াৰ মাজত মেৰ জেনে, তেনেকৈ মই তোমোলাকক পঠিয়াঁও। মানুহলৈ সাৱধান হোআ; কিয়নো সিহঁতে তোমোলাকক মেলত সোধাই দিব, সিহঁতৰ নাম ঘৰত কোবাব; আৰু মোৰ কাৰনে অধিকাৰ আৰু ৰজাৰ আগলৈকো সিবিলাক আৰু বিদেসি লোকলৈ সাখি হবৰ নিমিত্তে তোমোলাকক নিয়া হব। ককায়েকে ভায়েকক, বাপেকে পুতেকক মাৰিবলৈ সোধাই দিব; আৰু লৰাহঁতে মাক বাপেকৰ বিৰোধে উঠি সিবিলাকক বধ কৰাব; আৰু মোৰ নামৰ নিমিত্তে সকলো মানুহে তোমোলাকক খিয়াল কৰিব। কিন্তু সেসলৈকে জি সহি থাকে, সি পৰিত্রান পাব। জিবিলাকে সৰিল বধ কৰিব পাৰে, জিৱ বধ কৰিব নোআৰে, সিহঁতলৈ ভই ন কৰিবা; কিন্তু জি জনে জিৱ সৰিল দুইকো নৰকত নষ্ট কৰিব পাৰে, তেঁওলৈ ভই কৰা।

যিচুৰ এই কথাত আস্রই কৰি অনেক খ্রিষ্টিয়ান মাতৰে হিংসা কৰা মানুহৰ হাতত অতি নির্ভই মনেৰে মৰনৰ দুখ পালে। সেই মার্ত্তৰবিলাকৰ মাজত জি জনক খ্রিষ্টৰ পাচে প্রথমে মাৰিলে, তেঁওৰ নাম স্তিফান। তেঁও যিচুৰ ধৰম ইস্বৰৰ মহিমাৰে প্রচাৰ কৰি খ্রিষ্টক মৰা যিহুদা দেসি পোৰোহিত অধ্যাপকৰ আগত নিভই ৰপে সিবিলাকৰ দোস দেখাই সুনালত সিহঁতে জি ৰপে তেঁওক বধিলে, তাক পাঁচনিবিলাকৰ কৰমৰ ৭ আধ্যাত লিখা আচে।

তেঁওৰ কথা সুনি সিহঁতে ক্রিদয়ত খেদ পাই তেঁওলৈ দাঁত কৰচিলে। কিন্তু তেঁও পবিত্র আত্মাৰে পুৰ হৈ স্বৰগৰ ফাললৈ একে ঠৰে চাই ইস্বৰৰ জ্যোতিকে আৰু ইস্বৰৰ সোঁ ফালে থিয় হৈ থকা যিচুকে দেখি কলে, দেখা, স্বৰগৰ দুআৰ মুকলি আৰু মানুহৰ পুত্রক ইস্বৰৰ সোঁ ফালে থিয় হৈ থকা দেখিচোঁ। তেতিয়া সিহঁতে ৰবকৈ এটাহ্ পাৰি কানত মোঁপা দি, সকলোএ একে চিত হৈ বেগাই গৈ তেঁওৰ ওপৰতে পৰি ধৰিলে। পাচে নগৰৰ বাহিৰলৈ উলিয়াই তেঁওক সিল পেলাই মাৰিলে। সাখিবোৰে চৌল নামেৰে এটা ডেকা মানুহৰ ভৰিৰ কোসত আপোনাৰ কাপৰ থলে। আৰু স্তিফানক সিল পেলাই মাৰোঁতে তেঁও প্রার্থনা কৰি কলে, হে প্রভু যিচু, মোৰ জিৱক গ্রহন কৰা। পাচে আঁঠু পাৰি বিঙ্গিয়াই কলে, হে প্রভু, এই দোসৰ দণ্ড সিহঁতলৈ নে লেখিবা। ইয়াকে বুলি তেঁং মিত্যু হল॥

---

ধৰম গিত।

জগত মধ্যে জেতে লোক,
সৰু নাইবা ডাঙ্গৰ হওক,
আঁহা সর্বে কৰোঁ গান,
যিচু খ্রিষ্টত পৰিত্রান।

ধন্য কৰিম যিচু নাম,
স্বর্গ মর্ত্য সর্ব ধাম,
নিত্যৌ হই জেন প্রভুৰ স্তও,
যিচু জই জই কৰা বাও। ক. স.

---

**THE ORUNODOI,**

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোৱা। মোং সিৱসাগৰ, মাৰ্চ ১৮৪৬ খ্ৰিষ্ট অঃ সক। নম্বৰ ৩।

VOL. I. SIBSAGOR, ASAM, MARCH, 1846. NO. 3.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

সিৱসাগৰৰ উজনি মেটেকাৰ ঘাটত বৰ্ত্তমান মাহে এজনি তিৰোতা মানুহে দিখৌ নৈত নামি পাৰ ইঁওতে এটা ঘঁৰিয়ালে কামুৰি মাৰিলে।

১০ ফেব্রোআৰি তাৰিখত কম্পানিৰ প্ৰধান সেনাপতি চেৰ হিউ গফ সাহাবে হৰিকা নামে জি ঠাইৰ ওচৰত পঞ্জাবি ৩৫ ০০০ সেনাই কোঁঠ বান্ধি আচিল, তাতে সিইঁতে সৈতে জুধ কৰি ৬৭ বৰ টোপ আৰু পহলঙ্গি ২০০ দুস নিলে। নাও জোৰা দি সিইঁতে জি সাঁকো বান্ধিচিলে তাকে কম্পানিৰ লোকে বৰ টোপেৰে গুলি মাৰি গুচালে। পাচে পঞ্জাবিএ পলাবলৈ ধৰি সাঁকো নেপাই, নদি নামি পাৰ ইঁওতে চিপাহিএ বহু মানুহক গুলিয়াই মাৰিলে। এক পত্ৰত লিখিচে, পঞ্জাবি মানুহ ১০ ০০০ দহ হেজাৰ মৰিল, আৰু মৰা সবে সতক্ৰ নদি ভৰি আচিল। কম্পানিৰ সেনাপতি মেজৰ জেনৰল চেৰ ৰবৰ্ত ডিক সাহাবকে আদি কৰি তেৰে জন সাহাব সেই ৰনত মৰিল; কম্পানিৰ মৰা সেনা ৩০০, খুন হোৱা ২০০০ হৈচিল। আৰু গৱৰ্নৰ জেনৰল লৰ্ড সাহাব আৰু প্ৰধান সেনাপতি সকলো সৈন্যে সৈতে সতক্ৰ পাৰ হৈ সিইঁতৰ দেসত সোমাই গল।

পাচে অহা চিঠিত লিখিচে, ১৮ ফেব্রোআৰিত লাহোৰৰ মহা ৰজা শ্ৰী জুত দলিপ সিংহ, প্ৰধান ৰাজ মন্ত্ৰি ৰজা গোলাব সিংহে সৈতে, গৱৰ্নৰ জেনৰল লৰ্ড সাহাবৰ আগত সৰনাগত হৈ মিল হবলৈ নিবেদন কৰিলে তাতে পঞ্জাব দেসৰ জি ভাগ সতক্ৰ আৰু বিয়াচ এই দুই নদিৰ মাজত থাকে, তাক পঞ্জাবিএ এৰি দিব, আৰু ৰনত খৰচ হোৱাৰ কাৰনে ১ ৫০ ০০ ০০০ এক কোটি পঞ্চাস লাখ টকাও দিব, লৰ্ড সাহাবে এই আগ্যা কৰাত ৰজা আৰু প্ৰধান ৰাজ মন্ত্ৰিএ দিবলৈ মান্তি হল।

পাচে ২০ ফেব্রোআৰিত গৱৰ্নৰ জেনৰল লৰ্ড সাহাবে লাহোৰ ৰাজ নগৰ পাই মহা ৰজা দলিপ সিংহ পুৰ্ব্বৰ দৰে ৰজা হৈ সিংহাসনত বহিবৰ নিমিত্তে কম্পানিৰ সৈন্যে তেওঁক বৰ চৰাবলৈ নি ৰাজ মৰ্য্যদাৰ কাৰনে ২১ বাৰ বৰ টোপ মাৰিবলৈ আগ্যা দিলে।

কলিকত্তা ৰেলোএই নামে কল ৰথ জোৱা এটা ৰেলৰদ কলিকত্তাৰ পৰা ভগৱান গোলালৈ পাত্তিবলৈ ধৰিচে। সেই লোহাৰ ৰেলোএই সাজিবলৈ আন্দাজ কৰি ১ ৫০ ০০ ০০০ তেৰ স লাখ টকাৰ খৰচ হব বুলি জানিচে। ভগৱান গোলা কলিকত্তাৰ পৰা ১২৫ মাইল আঁতৰ হই; এক মাইলৰ খৰচ ৭৫ ০০০ টকা মান হব। সেই তেৰ স লাখ কপ পাবলৈ ৭৫ ০০০ ভাগ কৰিচে; তাৰ এভাগৰ গৰাকি ২০০ টকা দিব লাগে; জি সৰহ ভাগ লই সি সৰহ ধন দিব। আৰু পাচে জি লাভ পাই তাকে গৰাকি সকলৰ মাজত পূৰ্ব ভাগৰ ক্ৰমেৰে বাঁটি লব। লোহাৰ বাট কৰি এটাই কল ৰথ লগালে সেই ১২৫ মাইলৰ বাট চ ঘৰিত অৰ্থাত দুপৰত হাব; এতিয়া হলে নাৱত গলে ১৬ বা ২০ দিন লাগে; ৰামে জোৱা তাকে তিন দিনত জাই। এতিয়া

কলিকতাৰ পৰা ভগৱান গোলালৈ জোৱাত একজন মানুহৰ তিনি চাৰি কুৰি টকা খৰচ হই, কল ৰথ হলে ১৬ টকা মাথোন হব। কেঁয়াকে আদি কৰি বেপাৰি লোকে বস্ত্ৰ পঠাই দিবলৈ অতি সুচল; নাৱেৰে পঠালে মোনত ।৵ চই অনা মান দিব লাগে; কল ৰথত পঠালে মোনত ৶ তিনি অনা মাথোন; আৰু জি বস্তু পঠাই দিএ তাক একে দিনে পোৱা জাই। বচৰি বচৰি সেই বাটত জোৱা বস্তু আন্দাজেৰে ৫ ৪০ ০০-০০০ পাঁচ কোটি চলিচ লাখ মোন হই; সেই সকলো বস্তু কল ৰথেৰে পঠাই দিলে, তাক নিয়াত বচৰে পতি এক কোটি লাখ টকা পোৱা জাব; এই ৰুপে গননা কৰি, সেই ৰেলৰদৰ ভাগ সকলো মানুহে বৰ খেদ কৰি লই।

বালিখালৰ ওপৰত জি লোহাৰ সাঁকো ভাগি পৰিছিল, তাক নকৈ সাজিলত মানুহ অহা জোৱা কৰিবলৈ ১২ ফেব্ৰুআৰিত মুকলি কৰা হল।

কলিকতা নগৰত হুগলি নদিৰ ওপৰত সাঁকো সাজিবলৈ লোকে চান্দা কৰিবৰ ইচা হলে, শ্ৰী দ্বাৰকানাথ ঠাকুৰ বাবুৰ পুত্ৰেক শ্ৰী দেবেন্দ্ৰনাথ ঠাকুৰ বাবুএ তাৰ নিমিত্তে ১০০০০ দহ হেজাৰ ৰুপ দিব বুলি সমাচাৰ পত্ৰত লিখিছে।

ডিচেম্বৰৰ প্ৰথম দিনত ইংৰাজি ডাকে বম্বাই নগৰ এৰি ফ্ৰাঞ্চে দি গৈ ২৭ দিনত লণ্ডন ৰাজ নগৰ পালেগৈ।

ইংলণ্ড দেসৰ কার্লাইল নগৰৰ ওচৰত এটা মানুহে ৬ ডিচেম্বৰৰ ৰাতি মতলিয়া হৈ ৰেলৰদৰ ওপৰত দুই টোপনিতে আছিল। তাতে এখান কল ৰথ আহি ৰৰৰ ঘিলাই তাৰ মুৰ একে বেলি চিঙ্গি পেলালে।

২১ ডিচেম্বৰত নৰিজ ৰেলৰদত এক কল ৰথ জাঁওতে লোহাৰ বাট এৰি আন বাট লৈ এটা গৰাৰ ওপৰৰ পৰা তললৈ অতি বেগে গৈ মাটিত খোঁচ খাই সোমাই বল। কল ৰথিয়া দুটাক মাৰিলে; কিন্তু জিবোৰ ৰথ পাছ ফালে টানি নিয়া হৈছিল সেইবোৰক টনা লিকলি চিগাত ভিতৰত থকা মানুহবিলাক ৰখ্যা পৰিল।

পাপিন নামেৰে এখান ফাঙ্কি বৰৰ কল জাহাজ ভুমাজৰ সমুদ্ৰত ফুৰি জাঁওতে জাহাজৰ কাপ্তানে গননা কৰোঁতে ভুল কৰি, থকা ঠাই নেজানি, ৬ ডিচেম্বৰৰ ৰাতি আফ্ৰিকাৰ মৰকো দেসৰ দাঁতিত খুন্দা খাই ভাগিল। মাগাজান নগৰত একজন ইংৰাজি সাহাব সেই দেসৰ লোকে সৈতে গৈ সুমেৰে ৭৬ মানুহক ৰাখিলে; আৰু জাহাজৰ সেইমান মানুহ সাগৰতে মৰিল।



ডিচেম্বৰৰ সেস পসত ইংলণ্ডৰ চাৰিও ফালে থকা সাগৰৰ মাজত বৰ ধুমুহা বতাহ অনেক দিন হৈ থকাত ৯০ নবৈতকৈ অধিক জাহাজ নষ্ট হল, আৰু জাহাজৰ বহু মানুহ মৰিল।

লণ্ডন ৰাজ নগৰত থকা মানুহ ২০ ০০ ০০০ কুৰি লাখ হৈছে।

নাপোলিয়ন বোনাপার্ত নামে আগৰ কালৰ জি ফ্ৰাঞ্চি ৰজাই প্ৰাই সকলো ইউৰপৰ দেস জই কৰিলে, তেঁওক জিনা ইংৰাজি মহা সেনাপতি ডিউক অফ ওএলিংতন সাহাবৰ ৰুপ মুৰ্তি ইংৰাজি সোনাৰিএ কলিকতাৰ কোনো লোকৰ নিমিত্তে ৰুপেৰে সাজি সেই নগৰলৈ জাহাজেৰে পঠাইচে। সেই ৰুপৰ সেনাপতি ৰুপৰ ঘোৰাত উঠি আছে; দেখিবলৈ বৰ সুন্দৰ বুলি কৈছে। মুৰ্তি ওখ ডেৰ হাত; ৫৩০ পাঁচ স ত্ৰিচ টকা ৰুপেৰে সাজিলে। ডিউক অফ ওএলিংতন ১৭৬৯ সঁকৰ মেই মাহৰ প্ৰথম দিনত জনমিল; এতিয়া তেঁওৰ বয়স ৭৭ বচৰ হৈছে; তেঁওৰ আগৰ নিজ নাম আৰ্থৰ ওএলচলি। ১৭৯৭ সঁকত হিন্দুস্থানলৈ আহি অনেক ৰনৰ মাজত আছিলে; ১৮০৩ সঁকৰ ২৩ চেপ্তেম্বৰত ১২০০০ সেনাই সৈতে তেঁৱে মহাৰাষ্ট্ৰক জুধ কৰি জিনিলে; পাচে ১৮০৫ সঁকত ইংলণ্ডলৈ আকৌ গল। ইংলণ্ডৰ মন্ ৰজাৰ আগ্যাৰে ইস্পানিয়া আদি কৰি অনে দেসত জুধ কৰি বৰ জসস্যা পাই, সেসত নাপো-

লিয়ন ৰজাক ১৮১৫ সঁকৰ ১৮ জুনত পৰা-জই কৰিলে। সেই মহা জুদ্ধত মৰা খুন হোআ ৫৫০০০ মানুহ হৈছিল। ॥

## লঙ্কাৰ বিবৰন।

Dwarkanath Tagore's Description of Ceylon.

১৮৪২ ইং সঁকত শ্রীজুত দ্বাৰকানাথ ঠাকুৰ বাবুএ সাগৰৰ বাটে দি গৈ লঙ্কা পাই, সেই ঠাইৰ পৰা জি পত্র লিখি দিলে, তাক ফ্রেণ্ড অফ ইণ্ডিয়া আৰু সমাচাৰ দর্পনত লিখা পাই, অসম ভাসাৰে ভাঙ্গি তলত লিখিচোঁ।

১৮৪২ সঁকৰ ১৯ জানোআৰিত গল নামে সাগৰৰ তিৰৰ এক টেকৰ পৰা লিখা হৈছে। আমি এতিয়াই এই ঠাই পাইচোঁহি, অলপ দিন মাথোন থাকিম; আৰু বামলৈ উঠি এই সুন্দৰ উপদিপৰ জিমান দেখিব পাৰিম তাকে দেখিবলৈ ইচা হোআত মোৰ এই পত্র সৰু হবৰ উচিত। মান্দ্রাজ নগৰ এৰি অহাৰ পৰা বতৰ প্রায়ে আগৰ দৰে হৈছে; জাহাজে জোআত মুৰ ফুৰনিএ এতিয়ালৈকে মোক ন ধৰিলে দেখি তাত মই নিচৈকৈ সাৰিলোঁ বুলি জানিচোঁ। কালি ৰাতি পুআ দহ বজাত প্রথমে লঙ্কা দেখা পালোঁ, তাৰ পৰা সমুদ্ৰৰ দাঁতিএ দাঁতিএ ইয়ালৈকে আহি আচোঁ। সাগৰৰ দাঁতিলৈকে এই ঠাই নাৰিকল গচেৰে সম্পুর্ন হৈছে; আৰু অনেক বিধ গচ থকা পাহৰ পর্বত আৰু তাৰ মাজে মাজে ভৈয়াম সুন্দৰ ৰুপে আচে। জনম ধৰিবৰ পৰা মই জি জি ঠাই দেখিলোঁ এই আটাইতকৈ মনোৰম। আমুকত কৰা, সকলো দেসৰ কথা পুথিৰ পৰা জে জনা জাই, তেঁওৰ এই ভাবনা নিচই কেতিয়াও ন হই। এই সুন্দৰ উপদিপ আপোনাৰ চকুএ দেখাত মই জি আনন্দ এতিয়া পাইচোঁ, পাঁচ স খান পুথিৰ না কপনা পুকাস হোআ বিবৰন পৰ্হা হলেও এনে আনন্দ নে পালোঁহৈতেন। পৰম ইশ্বৰৰ জি পুথি স্রিষ্টি খান, তাত লিখা কথাৰ পৰা জি গিয়ান পাই, কোনো পুথিৰ বিবৰন চাই এনে স্বৰুপ গিয়ান নো পোআ, তাকে নিচৈকৈ জানিবা। লঙ্কা খন সোনাৰ হই, এই জে কথা ৰামায়নত লিখি আচে, তাক অতি স্বৰুপ বুলি এতিয়াহে জানিচোঁ। মাটি হলে নিচই সুবর্ন এনে ন হই; কিন্তু ইয়াত সস্যৰ ফল অধিক উত্পন হোআত পুৰাই পতি এক দল সোনা ওলাব জেন বুজা জাই।

ঐ সঁকৰ ২৭ জানোআৰিত সাগৰৰ মাজত ইণ্ডিয়া নামে ভাপ জাহাজৰ পৰা লিখা হৈছে। সাগৰৰ ওপৰে ১০০০০ দহ হেজাৰ ফুট (অর্থাত ৬৬৬৬ হাত) ওখ হোআ আদমৰ টিঙ্গ নামে এটা পর্বতৰ টিঙ্গ দেখিলোঁ। সেই টিঙ্গৰ ওপৰত ২০ কুৰি ফুট দিঘল হোআ আদমৰ ভৰিৰ খোজৰ চিন আচে, ইয়াকে পুর্বৰে পৰা পুৰুসানুক্রমে কোআ কুই কৰি আচে। মোৰ মন হলে, আমাৰ হিন্দু সাস্ত্রৰ মতে হনুমান মহা বিৰ লঙ্কালৈ আহি জি ঠাইত প্রথমে ভৰি দিলে, সেই ঠাই এয়ে হব পাই। ॥

---



## পলিকার্পক মৰাৰ কথা।

Martyrdom of Polycarp.

য়িচু খ্রিষ্টৰ পাচে জিবিলাক মার্তৰ অর্থাত ধৰমৰ সাখি খ্রিষ্টৰ নামৰ নিমিত্তে মৰনৰ দুখ ভোগ পালে, সিবিলাকৰ মাজত পলিকার্প নামে এজন খ্রিষ্টিয়ান মণ্ডলি ৰখ্যক আচিল। ৰোম দেসৰ ৰজাই সেই কালত খ্রিষ্টিয়ান ধৰম লবলৈ অতি নিসেধ কৰিলত অনেক সিস্যক মাৰিলে। ৰুমিয়া অধিকাৰবিলাকে পলিকার্পক ধৰি তেঁওক সেই ধৰম এৰি খ্রিষ্টক নিন্দা কৰিবলৈ আৰু দেৱতা সকলক সেৱা প্রার্থনা কৰিবলৈ আগ্যা দিলে। কিন্তু পলিকার্পে আপোনাৰ প্রানকে প্রিয় নে মানি, প্রভুক প্রিয় মানি, তেঁওৰ সেৱা ন কৰি জিয়াই থকাতকৈ মৰাই ভাল বুলি জানি, সিবিলাকৰ আগ্যা নে মানিলে। তাতে সিবিলাকে দণ্ড আগ্যা কৰি সেই নির্দুসি বুঢ়া ভকতক এটা

খুঁটাত বান্ধি পুৰিবৰ নিমিত্তে বহু খৰি চপাই জুই আনিলত তেঁও প্ৰাৰ্থনা কৰিব ধৰিলে। পৰম ইশ্বৰত আপোনাৰ সৰিল আৰু জিৱকো সমৰ্পন কৰি প্ৰাৰ্থনাৰ অন্তত আমেন বুলিলতেই সেই নিৰ্দয়া লোকে জুই লগালে। খৰি সুকান হোআ হেতুকে জুই বৰ সবদ কৰি উঠিলে; তাতে মানুহ সকলে ওচৰত থকিব নোআৰি আঁতৰ হৈ গলত জুইৰ মাজত সেই বুঢা ভকতে অতি সুন্দৰ গান কৰা সুনিলে। পাচে অলপতে প্ৰান চাৰি জি ঠাইত দুষ্টে একো হিংসা কৰিব নোআৰে, ইশ্বৰৰ এনে পবিত্ৰ থানলৈ গল। আৰু এতিয়ালৈকে সেই ঠাইত সাধু সকলৰ লগত তেঁও স্তুতি গান কৰি আছে, তাকে আমি নিচই ৰুপে জানিচোঁ। পলিকাৰ্প মৰা সঁক খ্ৰিষ্ট অৱতাৰ হোআৰ পাচে প্ৰায়ে ১৭০ বচৰ হৈচিল। ॥

---

## আমেৰিকা প্ৰথমে দৰ্সন হোআৰ কথা।

Discovery of America.

প্ৰিথিবি চাৰি অংসে ভাগ কৰা হইচে, ইউৰপ, আচিয়া, আফ্ৰিকা, আৰু আমেৰিকা। ইউৰপ, আচিয়া, আৰু আফ্ৰিকা, এই তিনি ভাগ এখান মহা দ্বিপতে আছে; এই তিনি কোনো সাগৰেৰে ইএ সিএ বেলেগ ন হই। কিন্তু আমেৰিকা প্ৰিথক এখান দ্বিপত প্ৰথম দ্বিপৰ পৰা তিনি হেজাৰ মাইল অৰ্থাত ১৫০০ ক্ৰোসৰ অন্তৰ। তিনি স চৌৱন বচৰ হল, এক হাজাৰ চাৰি স বিৰানৈ ইংলণ্ডিয় সনে আৰু আঠ স আঠানৈ বঙ্গলা সালে, আমেৰিকা প্ৰথমে জনা হল। তাৰ পুৰ্বে আমেৰিকা কোনো লোকৰ দ্বাৰাই জনা নাচিল। তাৰ প্ৰথম দৰ্সনৰ অলপমান কথা এতিয়া লিখোঁ, জি হেতু প্ৰিথিবিৰ ভিতৰতে জি জি আচৰিত কৰম হৈ আছে, তাৰ মাজৰ এই এটা।

পাঁচ স বচৰ মান হল, চম্বুক পাথৰৰ গুন প্ৰথমে জনা হল, তাৰে গুন এই। তাকে কোনো লোৰে সৈতে ঘঁহিলে, সেই লোৰ ঘঁহা আগ উত্তৰ কেন্দ্ৰলৈ অৰ্থাত উত্তৰ ভাগে সদাই থাকে, সেই লোহা কম্পাচৰ মাজত দিলে, সেই কম্পাচৰ দ্বাৰাই কোনো মানুহ মাটিতে অথবা সাগৰতে থিতি হলে, প্ৰিথিবিৰ সকলো দিস জানিব পাৰে। কম্পাচৰ নিৰ্মান এই মতে হই; তুলাপাতৰ ওপৰে মণ্ডলৰ আক্ৰিতি কৰি, বত্ৰিচ সমান ভাগ কৰি চাৰিও ফালে সকলো দিস বিদিস আৰু উপদিস লিখা থাকে, সেই তুলাপাতৰ মাজে দি এই সৰু লোৰ খুঁটি এটা মৰা থাকে; তাৰ মুৰৰ ওপৰতে এটা বেজি পথালিকৈ দিব। তাৰ এটা আগ চম্বুক পাথৰত ঘঁহা জাই, আৰু কম্পাচ কোনো দিসে ৰাখিলে, সেই বেজি ঘুৰি উত্তৰ দিসে সদাই মুখ কৰি থাকে, তাৰে অপ্ৰয়াসে প্ৰিথিবিৰ চাৰিও দিস জনা জাই।

চম্বুক পাথৰৰ গুন জনা হলতে লোকবিলাকে নিৰ্ভয়ে দিঘল বহল সাগৰৰ মাজেই জাব ধৰিলে। ইয়াৰ পুৰ্বে দিসৰ একো ঠাৱৰ নো পোআতে, সাগৰৰ পাৰ নে দেখি, লোক সকলে জাহাজ চলাব নোআৰিচিলে। চম্বুক পাথৰৰ গুন প্ৰকাস হোআৰ দু স বচৰৰ পাচত, জেনোআ নগৰত কলম্বচ নামে এজন উপজিলে। সেই কালতে পৰ্তুগিচবিলাকে ইউৰপৰ মাজত প্ৰধান নাও বৈচা আচিল। সিহঁতে সৈতে অহা জোআ কৰি ফোৰোঁতে নাৱৰ কথাত কলম্বচৰ অতিসই গিয়ান জন্মিল, আৰু সি মনতে এই বিবেচনা কৰিলে, ইউৰপৰ পৰা নিচই পচিমে গলে ভাৰত বৰ্স পাব; কিয়নো সেই কালত ইউৰপৰ মানুহবিলাকে জানিচিলে জে ভাৰত বৰ্স অতিসই ধনৰ ঠাই, আৰু ভাৰত বৰ্সৰ কেতবোৰ বেপাৰি মুদৈ বেপাৰলৈ বাম বাটে দি ইউৰপত ওলাইচিল; তাৰ দ্বাৰাই ইউৰপৰ কতেক নগৰ বৰ ধনৱন্ত হল। আৰু জাহাজ লৈ পৰ্তুগিচ লোক দুৰৈ জোআ অহা দেখি, জাহাজেৰে ভাৰত বৰ্সলৈ আহিবৰ সকলো লোকৰ মন হল। কলম্বচ অতিসই পৰৱ মন বুজা, আৰু অতি সাহিয়াল, আৰু জিটো কৰম কৰিবলৈ ইচা কৰে অৱস্যে তাক কৰিহে এৰে, এনে আচিলে। এদিনা ইউৰপ দেসতে কতেক বেঁত আৰু নকৈ চঁচা কাঠ পচোআ বতাহেৰে সাগৰতে উটি আহিল, ইয়াতে তাৰ প্ৰতিতি আৰু দ্ৰিঢ় হল। অৱস্যে পচিমত দেস আছে, আৰু অনেক প্ৰকাৰে অনুসন্ধান কৰি এই ন জনা নে দেখা দেস দেখিবৰ কাৰনে জাৱৰ মনে নিচই ঠাৱৰ কৰিলে।

সেই সময়ত জি বৰ জাহাজ আচিলে সিও তিনি হেজাৰ মোন ধৰা মৌকাতকৈ অতি বৰ না-চিলে। আৰু সেই কালত এতিয়াৰ দৰে ধনৰত্ত মূদৈ অনেক নাচিলে, এই হেতুকে সেই বিসয়ৰ খৰচৰ নিমিত্তে ৰাজাৰ উপকাৰ পাবলৈ তাৰ প্ৰয়োজন হল। প্ৰথমে তেঁও আপুনি জাবৰ বি-সয়ে জি খৰচ আদি লিখা পত্ৰ কৰিচিলে, তাকে আপোন দেসৰ অধিকাৰবিলাকক দেখুআলে, আৰু সিইঁতৰ পৰা ধন জাস্না কৰিলে, কিন্তু সি-বিলাকে অনেক খনি পর্জন্তে অনেক বিম্রিসা কৰি হেলা কৰিলে। তাৰ পাচত তেঁও পর্তুগালৰ ৰজাৰ ওচৰলৈ গৈ এই বিসই নিবেদন কৰিলে; সেই ৰজা কলম্বচৰ নিবেদন দু জন তদ্ৰ লোকৰ ঠাইতে সমর্পন কৰিলে, কিন্তু সিবিলাকে ইয়াৰ আগে কৈ আচিলে, জে কেৱল দখিন ভাগে গলে ভাৰত বর্স পোআ জাব, এই নিমিত্তে সিবিলাকে কলম্বচৰ উপকাৰ কৰিবলৈ মনজোগ ন কৰিলে। কিন্তু কলম্বচৰ পৰা তেঁওৰ নকচাৰ অনুসন্ধান লৈ আপোনাৰ বাদসাহ জেন ন দেস দর্সনৰ লাভ আৰু সুজসস্যা প্ৰাপ্ত হব পাৰে, এই কাৰনে সি-ইঁতে গুপুতে আপোনাৰ এটা মানুহ পঠাই দি-লে। কিন্তু কলম্বচৰ দৰে সেইটো মানুহৰ সাহ আৰু গিয়ানো বুধি নাচিলে; এই হেতুকে সি সাগৰলৈ গৈ মহা প্ৰচণ্ড ধুমুহা আৰু ঢৌ দেখি, ভই লাগি দেসলৈ উভতি আহিলে। কলম্বচ সি-ইঁতৰ বঞ্চনা কৰা বোধ হৈ, বিৰকতি লাগি সেই ঠাইৰ পৰা গুচি আহিলে। পাচে আপোনাৰ ভা-য়েকক ইংলণ্ডে পঠাই দিলে, কিন্তু সেই ঠাইত তাৰ বিসয়ৰ কিচু ন হল। ইতি সময়তে ইস্পানি-য়াৰ ৰাজা মুচলমানেৰে সৈতে জুধ কৰিচিলে। আগৰ কালতে ইস্পানিয়াৰ ৰাজ্য তিনি ভাগ মানে মুচলমানৰ বস আচিলে, এই সময়ত সেই ঠাইত সিইঁতৰ কেৱল এখান নগৰ আচিলে, তাৰ নাম গ্রেনাদা। কলম্বচ জেনেকৈ ইউৰপৰ আন ৰজা-বিলাকলৈকে এই বিসই নিবেদন কৰি আচিলে, তেনেকৈ ইস্পানিয়াৰ ৰজাৰ ওচৰতো কলে। সেই ৰজা সেই বিসই বিম্রিসা কৰাৰ ভাৰ মন্ত্ৰি সকলৰ ওপৰে থলে। সিহঁত অগিয়ানি আচিলে, আৰু সিইঁতে কলম্বচৰ নকচাৰ বিসয়ে অগিয়ানৰ দৰে বিম্রিসা কৰিলে। কোনো কোনোএ কলে, সা-গৰ অপাৰ; আৰু কোনোএ কলে, প্ৰিথিবিৰ নি-র্মান এই মতে, জে কতেক দূৰলৈ গলে উভতি আহিবৰ উপাই না থাকে। মন্ত্ৰি সকলে ৰজাৰ আগত বেয়া ৰূপে জনালে, তাতে থাকি ৰজাই তাকে হেয় বুধি কৰিলে। ইয়াৰ পৰে কলম্বচ ইউৰপৰ মাজে আন তিনি সক ৰজাৰ ওচৰলৈ গলত সিবিলাক অসমর্থ হোআত্তে কলম্বচে ইং-লণ্ড দেসে জাবৰ ইচা কৰিলে।

কলম্বচে ইস্পানিয়াৰ ৰাজ সভা এৰিলতে, সেই থানৰ ৰানিৰ কোনো মন্ত্ৰিএ ৰানিৰ আগত প্ৰা-র্থনা কৰিলে, ৰানিএ জেন কলম্বচকে পুনৰ ৰাৰ মাত্তে। মন্ত্ৰিএ প্ৰার্থনা কৰাতে ৰানিএ কলম্বচকে আকও মাতিলে; কিন্তু ৰানিৰ গিৰিএকে আপু-নি কির্পিন হেতুকে পুনৰাই কলম্বচকে হেয় বুধি কৰিলে। তাতে কলম্বচৰ আসা জেনে বৰ্হা হৈ-চিলে, তাৰ আসা ভঙ্গাতে তেনে দুখ হল।

ইয়াৰ পাচে কিচু দিন মুচলমানৰ ৰাজধানি মুখ্য নগৰ ইস্পানিয়া দেসৰ ৰজাৰ তল হল, তাতে ৰজা ৰানি সভাই সৈতে আনন্দতে মগ্ন হল। এই খনি অৱসৰতে কলম্বচৰ মিত্ৰ সকলে এই কাল জোগ্য ভাবি ইস্পানিয়াৰ ৰানিৰ আগত গৈ এই আনন্দৰ কালতে কলম্বচক সহাই কৰিবলৈ প্ৰা-র্থনা কৰিলে। আৰু ৰানিকে কলে, হে মহা ৰানি, তোমাৰ ৰজা হোআ কালতে জদি প্ৰিথিবিৰ সিমা বৰ্হা হই, তাতে আপোনাৰ কেনে বিসেস মান্য জসস্যা বাৰ্হিব। পাচে ৰানিএ সম্মত হৈ কলম্বচকে আপোনাৰ ওচৰলৈ মাতি, আপোনাৰ অলঙ্কাৰ সোতা থৈ টকা আনি দিলে। কলম্বচে তাতে তিনি খান সৰু জাহাজ কিনিলে, এই সক-লতেই বত্রিচ হেজাৰ টকাতকৈ সৰহ ব্যই ন হল। এই এই ৰূপে কলম্বচে আঠ বচৰ ভ্ৰুমন কৰি, নানা প্ৰকাৰ বিঘাত সহি পাচত কার্জ সিধিৰ জসস্যা পালে।

সকল আয়োজন জুগুত হলত ১৪৯২ চৈধ্য স বিৰানৈ সংকৰ আগষ্ট মাহৰ ৩ তিনি তাৰি-খে কলম্বচে জাহাজত উঠিল। তাৰ গমন কৰা কালত সাগৰৰ তিৰত অনেক লোকে গোট খাই কলম্বচৰ কার্জ সিধি হবৰ অৰ্থে ইশ্বৰক প্ৰার্থনা



কৰিবলৈ ধৰিলে। কলম্বচে নিচই পচিম দিসে জাহাজ চলালে, এই দৰে কিছু কালৰ পাচে তেতিয়া সিইঁতে থিৰ দেখিবলৈ নে পালে আৰু দিস বিদিস ন জনা অগম্য সাগৰৰ মাজে গল, তেতিয়া নাৱৰিয়াবিলাকে কান্দি আৰু ভাবি উপাই নে পাই, আপোনা আপুনি মুৰত ভুকুআব ধৰিলে। কলম্বচে মনৰ কামনা সিদ্ধিৰ নিমিত্তে সৰ্ব্বদাই নিৰোহন কৰি থাকিচিল, তাতে মুৰৰ আহৰি নে পালে। কলম্বচে আপোনাৰ বুধিৰ নিৰিখানেৰেই সকল বিসই চাৰৰ কৰিলে, আৰু আপোনাৰ আগ্যাৰে জাহাজ চলাব ধৰিলে; আৰু নাৱৰিয়া মানুহে কাথৰৰ পৰা কত দুৰলৈ আহিচোঁ ইয়াক নে জানিলে, এই নিমিত্তে সিই তকে ভুলাই ৰাখিলে। সিইঁতে নিচই পচিমে গৈ গৈ সৰু সৰু সেলাইৰে সম্পূৰ্ন সাগৰ দেখি ভাবিলে জে এয়ে জানো প্ৰিথিবিৰ অন্ত। কলম্বচে নাৱৰিয়াইঁতকে বুলিলে, তেনে ন হই, কিন্তু ইয়াতে অধিক ভাবনা হব পাৰে, জে কোনো দেসৰ ওচৰত পাইচোঁহি।

অক্তোবৰ মাহৰ প্ৰথম তাৰিখত সিইঁতে তিৰৰ পৰা এঘাৰ স পঁচপন ক্ৰোস গৈ আচিলে, কিন্তু কলম্বচে সিইতকে কলে জে আঠ স সত্তৰি ক্ৰোস মাত্ৰ। সিইঁতে এনেকৈ দিন ভুমি নে দেখিলে, আৰু সিইঁতৰ জিমান ভাবনা আচিল সি সকলো ভাবনা উৰি গল। নাৱৰিয়াবিলাক আৰু সিইঁতৰ অধিকাৰবিলাকে আপোন আপোন দুৰ্দসা দেখি বিস্তৰ খেদ কৰিলে, আৰু উভতি জাবলৈ বহু পুৰুসাৰ্থ কৰিলে। কলম্বচে আপোনাৰ সৌৰ্জ্য অৱলম্বন কৰি, সিবিলাককে কেতিয়াবা বিনতিৰে আৰু কেতিয়াবা কেতিয়াবা আগ্যাৰ দ্বাৰাই থমকালে। এনে কৰাতে তেঁও প্ৰথমতে উপকাৰ দেখিলে, আৰু সিইঁত কেতে দিন থমকি ৰল। কিন্তু তাৰ পিচে সিইঁতৰ মনে ভাবনা নাই কিয়া হল, আৰু সিইঁতে আপোনাৰ মাজতে আলচ কৰিলে, কলম্বচকে সাগৰত পেলাই দি জাহাজ ওভতাও। কলম্বচ ভাবিলে জে বিনতিৰে কিবা আগ্যাৰ দ্বাৰাই ইইঁতকে আৰু থমকাব নোআৰিম, এই নিমিত্তে সিইঁতৰ সম্মুখে এই অঙ্গিকাৰ কৰিলে, তিন দিনৰ মাজত জদি নবিন দেস নে পাঁও, তেতিয়া অৱস্যে উভতিম, সেই সময়ত কলম্বচৰ নবিন দেস পাবলৈ বৰ্হা ভাবনা হল, কিয়নো পৰিমান কৰা লেজু পেলাই দেখিলে জে ভুমি পোআ জাই, আৰু সাগৰৰ ওপৰে উপঙ্গি অহা এক জোলোঙ্গা নতুন ফল, আৰু কেতবোৰ নতুন চিহ্না বেঁত পালে।

এঘাৰ অক্তোবৰ কলম্বচে জাহাজৰ পাল সামৰিবলৈ আগ্যা দিলে, সেই ৰাতিতে চকু নু মুদি, সকলো নাৱৰিয়া বিবাদ কৰি থাকিলে। পাচে কলম্বচে ৰাতিৰ দুই প্ৰহৰ দুই ঘণ্টাৰ সময়ত, দুৰৈতে কোনো পহৰ দু বাৰ চলি জোআ দেখিলে, আৰু তেতিয়াই সিইঁতৰ আগে জোআ জাহাজৰ লোকবিলাকে দেস, দেস, বুলি চিঞ্ৰ মাৰিলে। তেতিয়া আন জাহাজৰ লোকো সেই আনন্দ ধনিৰ চৰ্দ্দিস ধনি কৰি উঠিলে। তাৰ পাচে প্ৰাতঃ কালে ১২ বাৰ অক্তোবৰত সিইঁতে তেৰ ক্ৰোস অন্তৰতে এখন উপদ্বিপ দেখিলে; সেই দ্বিপ খন ত্ৰিন গচ আদিৰে সোভিত হৈ আচিল। তেতিয়া সিইঁতে আনন্দে ইস্বৰৰ কিৰ্ত্তন কৰিলে, আৰু গান কৰিব ধৰিলে, আৰু জাহাজৰ মানুহবিলাকে কলম্বচৰ ভৰিৰ তলতে পৰি, আপোনাৰ অপৰাধৰ খেমা প্ৰাৰ্থনা কৰিলে। তাৰ পৰে জাহাজৰ পৰা নামি, সৰু নাৱতে উঠি গান আৰু জন্ত্ৰে সৈতে তাল বৰ্ন্নাওতে বৰ্ন্নাওতে, সিবিলাকে তিৰৰ ওচৰলৈ গল, আৰু কলম্বচে জি নবিন দেস দেখিলে, তাৰ ওপৰত তেঁৱেই প্ৰথমে ভৰি দিলে। সিবিলাকে অনেক বাদ্য লৈ সেই নবিন দেস দেখিলে, তাৰ ওপৰত তেঁৱেই প্ৰথমে ভুমিৰ ওপৰে প্ৰৱেসি পুনৰাই আঁঠু কাঢ়ি, ইস্বৰৰ গুন কিৰ্ত্তন কৰিলে। আৰু ইস্পানিয়াৰ ৰজাৰ

নিচান লগা খুঁটা সেই থানতে খিয় কৰি সিইঁতে সেই দেস আপোনাৰ ৰজাৰ নামে অধিকাৰ কৰিলে।

তাৰ পাচে সেই দেসৰ লোক সকলে সিবিলাকৰে চাৰিও ফালে আহি, সিইঁতৰ কাপৰ অলঙ্কাৰ আদি আৰু অস্ত্ৰ আৰু বগা বৰন আৰু সিইঁতৰ ডাঁৰি দেখি আচৰ্জ মানিলে। সেই সময়ত ইউৰপৰ সকলো লোকে ডাঁৰি ৰাখিলে, আৰু জেতিয়া সেই মায়া নাই কিয়া লোকবিলাকে দেখিলে, কেনে বৰ কাৰ্সনাৰে পাখিৰ দৰে পাল তৰি এই সাগৰৰ ওপৰে ইইঁত উৰি আহিলে, আৰু মেঘৰ গাজনিৰ দৰে হিলৈৰ সবদ কৰিলে, আৰু বিজুলি আৰু ধুঁআ দেখি, সিইঁতৰ ভই লাগিলে। আৰু মনে জানিলে, ইইঁত নিচই সুৰ্জৰ সন্তান প্ৰিথিবিৰ ওপৰলৈ আহিচে। আৰু ইস্পানিয়াৰ লোক সকলেও সেই দেসৰ মানুহবিলাকক দেখি সেই ৰূপে চমত্কাৰ হল; কিয়নো সিইঁতকে সদাই উলঙ্গট দেখিলে, আৰু সিইঁতৰ ডাঁৰি নাই, আৰু সিইঁতৰ গাৰ চাল অতি কোমল আৰু তামৰ দৰে বৰন। ভাটি বেলাত সিইঁতে এখান হোলোঙ্গ নাৱেৰে জাহাজৰ ওচৰে আহিলে, আৰু অনেক খাবৰ বেহানি কলম্বচকে দিলে। আৰু কলম্বচৰ পৰা আৰ্চি আৰু সৰু সৰু ঘণ্টা আৰু আন আন অলপ টকাৰ দ্ৰব্য ললে। এই দৰে পুৰনি প্ৰিথিবি নতুন প্ৰিথিবিৰ লোকবিলাকৰ সাখ্যাত প্ৰথমে দেখা দেখি হল, আৰু পৰস্পৰে প্ৰিতি আলাপ কৰিলে। অ.

---

জাহাজৰ কৰম কৰা সকলো মানুহে বোলে, সুকুৰ বাৰে জাহাজ মেলিলে আপদ হব। তথাপি কলম্বচে সুকুৰ বাৰতে জাহাজ মেলি পচিমে জোআত অমঙ্গল হওক চাৰি প্ৰথমে আমেৰিক দেস পোআ হৈছিল।

জোতিস তত্ত্বত লিখা বচন এই।

শুক্ৰাদিত্যদিনেনবাৰুনদিশং
নজ্জেকুজেচোত্তৰং।
মন্দেন্দ্বোশ্বদিনেনশক্ৰককুভং
যাম্যাংগুৰৌনব্ৰজেৎ॥
শূলানীতিবিলংঘ্যযান্তিমনুজা
যেবিত্তসৌখ্যান্বিতাঃ।
ভ্ৰষ্টাশাঃপুনৰাপতন্তিনিয়তং
শক্ৰেনতুল্যোযদি॥

ইয়াৰ অৰ্থ। সুকুৰ বাৰে দেও বাৰে পচিমলৈ নে জাব, মঙ্গল বাৰে বুধ বাৰে উত্তৰলৈ নে জাব, সনি বাৰে সোম বাৰে পুবলৈ নে জাব, বৃহস্পাতি বাৰে দখিনলৈ নে জাব। এই দিক সুলক উলংঘা কৰি ধন সুখৰ আসাৰে জি সকলে জাত্ৰা কৰে, সেই সকল জদি ইন্দ্ৰে সৈতে সমানেই হই, তেও পুনৰ বাৰ আসা নষ্ট হৈ উভতি পৰে। ॥



## প্ৰিন্তিং প্ৰেচৰ বিবৰন,

অৰ্থাত চাপা খানাৰ আখ্যান।

Discovery of P inting.

আগৰ কালত কোনো মানুহে চাপা খানাৰ জন্ত্ৰ আৰু সেই কৰম কি ৰূপে কৰে তাক, কেৱে নে জানিচিল; খেহ্ দেসত হলে কাঠৰ ওপৰত আখৰ কাটি পাচে তাতে মহি দি কুঁচিএৰে থপিয়াই চাপিচিল, তাৰ বাহিৰে একোকে নে জানে। কিন্তু ১৪৩০ ইং সকত হলণ্ড দেসৰ হাৰ্লেম নগৰত লাৰেঞ্চ কাষ্টেন নামে এজন লোকে উমলিবৰ কাৰনে এজোপা গচত আখৰ কাটি তাৰ ওপৰত মহি দি চাপিলত অতি সুন্দৰ ৰূপে আখৰ ওলাল; পাচে এনে হবৰ দেখি সেই মানুহৰ আসা বাৰ্হি আৰু আখৰ এটি এটিকৈ কাটিব ধৰিলে, পাচে সকলোকে একেলগ কৰি কিতাপ চাপিব ধৰিলে; কিন্তু কাঠত আখৰ কাটোঁতে অতি

বিলম হোআত, এখন কিতাপ চাপোঁতে সাত আঠ বচৰ হল।

পাচে গতনবৰ্গ নামেৰে একন মানুহে আখৰ বেলেগকৈ কাটি জোঁটাই জোঁটাই দিবলৈ ধৰিলে; তাতে একে আখৰ অনেক বেলি অনেক পুথিত সুমাই চাপিব পাৰে। পাচে কাঠৰ আখৰ বেগাই খাই হই, ইয়াকে দেখি সিহঁৰ ওপৰত আখৰ কাটিবলৈ ধৰিলে। ইয়াৰ পাচে ফষ্টচ আৰু চেফৰ নামেৰে দুজন মানুহে গোট খাই কাম কৰিবলৈ সম্মত হলত সেই চেফৰে সিহঁ পগাই আখৰ ঢালিবলৈ কাৰ্বাৰ কৰিলে। কিন্তু ইয়াৰ আগেএ জেতিয়া সিহঁত আখৰ কাটিচিল তেতিয়া অনেক বিলম হৈছিল। পাচে সেই চেফৰে আখৰ ঢালিবৰ বুধিৰে প্ৰথমে এডোখৰ টিখাৰ ওপৰত আখৰ কাটি সেই টিখাৰ আখৰক এডোখৰ তামৰ ওপৰত বৰ সকতকৈ বহাই দি; পাচে জিমান ইচা কৰে সিমান আখৰ সিহঁ উতলাই ৰাকি লই।

গতনবৰ্গ, ফষ্টচ, আৰু চেফৰ, এই তিনিএ গোট খাই লাতিন ভাসাৰে ইশ্বৰৰ ধৰম পুথি চাপি ১৪৫০ সঁকত এটালে।

সেই কালৰে পৰা ইংৰেজি লোকে অনেক বুধি কৰি সেই চাপা খানাকে আদি কৰি আৰু অনেক চাপা খানাৰ জন্ত্ৰ তৈয়াৰ কৰি আগতকৈও অতি উত্তমকৈ সাজিলে। আগৰ কালত হলে জিবিলাকে চাপা কৰম কৰিচিল সেইবিলাকৰ কাঠৰ জন্ত্ৰ আচিল, কিন্তু এতিয়া হলে মানুহৰ গিয়ান বাঢ়ি তাতকৈও ভালকৈ নতুন জন্ত্ৰ অকল লোহাৰে কৰিচে; তাতে আগেএ দিনে দিনে তিনি চাৰি স চাপিচিল, কিন্তু পাচে দিনত এহেজাৰ বা ডেৰ হেজাৰ চাপিব পাৰিচিল; এতিয়া ১ ঘৰিতে ভাপ কলেৰে দু হেজাৰ দুয়ো ফালে চাপিব পাৰিচে। এই কাৰন এতিয়াৰ কালত মানুহৰ অতি লাভ হৈচে।

আৰু সেই চাপা খানা প্ৰেচত গাই পতি ১০০০ এহেজাৰ টকা দাম হই, কিন্তু জি খানত ঘৰিত ২০০০ দু হেজাৰ চাপিব পাৰে তাৰ দাম অধিক হব। আৰু জি সালত চাপে তাৰ তলে ওপৰে দুচটা লোহাৰ পতা আচে, তলৰ চটাৰ ওপৰতে আখৰ থৈ পাচে চাপে। আৰু ইয়াৰ নকচা ওপৰে দিয়া হৈচে; তাৰ গুৰিতে দুফালে দুটা মানুহ থিয় হৈ চাপিচে। আৰু তাৰ বাঁও ফালে জি এটা থিয় হৈ আচে, সি আখৰৰ ঘৰৰ পৰা আখৰ আনি এচঁটা লো হাতত লৈ তাতে এটা এটাকৈ মিলাই জোঁটাইচে। জেতিয়া সাত আঠ সাৰি হই তেতিয়া এচঁটা কাঠত থৈ, এপিটি হলে পাচে জৰিৰে বান্ধি ৰাখে; আৰু জেতিয়া সবহ পিটি হই তেতিয়া সেই চপা সালৰ ওপৰত থৈ নিএ।

এই ৰূপে এই অসম দেসলৈকো আমেৰিকাৰ সাহাৰ লোকে চাপা খানাৰ সাল আনি কিতাপ চাপি ধৰম বিসয়ে আৰু গিয়ান বিসয়ে লোক সকলক দিচে। ইয়াতে সকলো মানুহলৈ অতি উত্তম হৈচে, কিয়নো আগেএ অনেক মানুহে কিতাপ সাস্ত্ৰ নো পোআতে অধিককৈ পৰ্হিব নোআৰিচিল; কিন্তু এতিয়া দেসে দেসে চাপা কৰা কিতাপ গৈচে, আৰু অনেকে পৰ্হিচে, আগেএ ভদ্ৰ লোকৰ বাহিৰে সামান্য লোকে সৰহকৈ পৰ্হিব নোআৰে, তেও এতিয়া অনেকে পৰ্হি গিয়ান বুধি পাইচে, আৰু জাক জি কিতাপ লাগে চাপা খানালৈ আহিলে তাকে পোআ জাই। ন. ল.

---

## হিন্দুস্থানি মাত।

কৈসা হুআ। অভী হৈ। চুপ ৰহ। হাজৰী লাও। খানা লাও। ৰোটী লাও। দূধ লাও। মিসৰী দো। খানা খাও। দূধ পিয়ো। চিৰাগ জলাও। বত্তী জলাও। ফানুস লাও। বত্তী বুঝাও। ফানুস উঠাও। ভুলিয়ো মত। ইধৰ আও। নজদীক আও। কহাঁ সে আয়ে? কিধৰ জাওগে? চা বনাও। দহিনে ফিৰো। বায়েঁ ফিৰো। জলদী জা। জলদী চলো। মুটিয়োঁ কো বোলাও। মেজ লগাও। অসবাব লে জাও।

---

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোআ। মোং সিৱসাগৰ, এপ্ৰেল ১৮৪৬ খ্ৰিষ্ট অঃ সঁক। নম্বৰ ৪।

VOL. I. SIBSAGOR, ASAM, APRIL, 1846. NO. 4.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

মাৰ্চ মাহৰ ৩০ তাৰিখত চাৰি বজাৰ সময়ত গোআহাটি মোকামত থকা শ্ৰীজুত হেৰিয়ত সাহাবৰ চেনি পগোআ ঘৰ পুৰিলে। সেই দিনতে অনেক মেঘ হোআত বহুত সিল বৰখিচিল; আৰু বুহ্মপুত্ৰৰ উত্তৰ ফালে বালিত বজ্ৰুপাত পৰিচিল।

কলিকতাৰ ওচৰৰ সিবপুৰত ৩ মাৰ্চ তাৰিখত এটা বৰ সাপ ধৰি মাৰিলে। তাৰ দিঘে ১৪ হাত,



মেৰে ২ হাত হৈচিল, এই কথা ভাস্কৰ সম্বাদ পত্ৰত লিখা আচে।

কলিকতা নগৰৰ বামুন বজাৰত ৭ মাৰ্চত জুই লাগি ২০০ দু স ঘৰ পুৰিলে।

কলিকতা নগৰৰ জান বজাৰত ১০ মাৰ্চত দুজন ডেকা মানুহে দন্দ কৰি এজনে ইটা এডোখৰ লৈ দলি মৰাত সি জনৰ মুৰৰ কান সঁটাত পৰিলত সি মৰিল। জিটে মাৰিলে সি পলাই গল।

কলিকতাৰ জি এজন মানুহে আপোনাৰ চাকৰ এটাক অকস্মিতে মাৰি বধ কৰিলে, তাৰ সোধ কৰোঁতা শ্ৰীজুত চেৰ লৰঙ্ক পিল সাহাবে ১১ মাচ তাৰিখত সেই মানুহক দেসান্তৰ কৰি ৭ বচৰলৈ কে কইদত ৰাখিবলৈ আগ্যা কৰিলে।

পঞ্জাবি দেসৰ ৰন হলত শ্ৰীজুত গবৰ্নৰ জেনৰল বাহাদুৰৰ আগ্যাৰে পঞ্জাব দেসৰ তিনি ভাগ কৰাত উত্তৰ ভাগৰ কাস্মিৰ নগৰত শ্ৰীজুত গোলাব সিংহক ৰজা পাতিলে, আৰু প্ৰধান ভাগৰ লাহোৰ ৰাজ নগৰত শ্ৰীজুত দিলিপ সিংহক মহা ৰজাৰ বাব দি থলে, আৰু জলিন্দৰ নামে দেসৰ জি ভাগ সতক্ৰ আৰু বিয়াচ এই দুই নদিৰ মাজত থাকে, সেই ভাগক কম্পানিএ ললে। আৰু মহা ৰজা দলিপ সিংহক সিংহাসনত থিৰ কৰিবলৈ কম্পানিৰ ১০ ০০০ দহ হেজাৰ সেনাই লাহোৰ নগৰত থাকিব, আৰু জলিন্দৰ দেস ৰাখিবলৈ তাতে ৩০ ০০০ ত্ৰিচ হেজাৰ মান থাকিব; সেই চলিচ হেজাৰৰ বাহিৰে কম্পানিৰ সকলো সৈন্য হিন্দুস্থানলৈ আকও উভতি আহিচে। কম্পানিৰ খৰচ হোআৰ নিমিত্তে মহা ৰজা দিলিপ সিংহ আৰু গোলাব সিংহে এক কোটি পঞ্চাস লাখ টকা দিচে, আৰু কম্পানিৰ বিৰোধে জি জি বৰ টোপ এই ৰনলৈ আনিচিলে, সেই সকলোকে এৰি দিবলৈ লৰ্ড সাহাবে আগ্যা কৰাত ৩৬ বৰ টোপ আনি দিলে; আগেএ ৰনত কম্পানিএ ২২০ কাঢ়ি নিচিলে, মুঠে ২৫৬ বৰ টোপ পালে।

এই ৰনত কম্পানিৰ লোক ১ ৭১২ মানুহ মৰিল, ৪ ৫৭৭ খুন হোআ আচে; পঞ্জাবি লোক ২২-০০০। ২৪ ০০০ বাইচ, চৌবিচ হেজাৰ মান মৰিল বুলি কই; খুন হোআ অলেখা।

শেহ্ দেসৰ পুৱ দাঁতিতে থকা হঙ্কঙ্ নামেৰে জি মাজুলি ইংলণ্ডৰ লোকে আগৰ বচৰত ললে, সেই মাজুলিৰ ১ ৮৭৪ ঘৰ আচে। বিক্তৰিয়া নামে তাৰ এক নগৰত ইংৰাজি লোকৰ ২৫১ ঘৰ আচে; শেহ্ লোকৰ ৭৪১।

শেহ্ দেসৰ ফুকন ৰুকআই জেতিয়া কোনো দাই সগৰ কৰে, তেতিয়া আন দণ্ড ন কৰি ধনৰ জৰিমনা কৰিবলৈ শেহ্ৰ মহা ৰজাই আগ্যা দিচে। কোনো কোনো বৰ দাই হলে, তাৰ ৩০-০০০ ত্রিচ হেজাৰ টকা পৰ্জন্তে জৰিমনা হই।

আয়ৰলণ্ড উপদিপত বচৰ চাৰেকৰ আগেএ মাটি খানোঁতে কোনো আখৰ লগোআ মোহৰৰ চাব পাই সেই আখৰ পৰ্হিব নোআৰিচিল। পাচে শেহ্ দেসলৈ পঠালত শেহ্ৰ পণ্ডিতে পৰ্হি চাই শেহ্ আখৰ বুলি কলে। তাতে জানিচোঁ, আগৰ কালত ভাৰত বৰিসৰ পুৱ ফালে থকা শেহ্ মানুহে পচিম দেসৰ মানুহে সৈতে বেহা বেপাৰ কৰিচিলে।

আয়ৰলণ্ড দেসৰ দুৰ্ভিখ্যৰ নিমিত্তে এই দেসত থকালোকে চান্দা কৰি আগেএ ত্রিচ হেজাৰ ৰুপ পঠালে; তাত বাজে এতিয়াও আৰু ৩৭ ০০০ সাত ত্রিচ হেজাৰ পঠাবলৈ পাইচে।

ইংৰাজিৰ ৰাজ মন্ত্রিৰ আগ্যাৰে আয়ৰলণ্ড মানুহৰ নিমিত্তে আমেৰিকাৰ পৰা ১৭ ০০ ০০০ সত্তেৰ লাখ মোন গোম ধান কৰ্ক নগৰলৈ জাহাজেৰে আনিলে।

ইংলণ্ড দেসত বেহা বেপাৰ কৰিবলৈ জাহাজে অনা বস্তুৰ কানন মতে হাট খোআই ৰৰকৈ দান কটাত বেপাৰি লোকে মৰগকৈ বেচে, তাতে দুখিয়া মানুহে কিনিব নোআৰে, আৰু খোআ বস্তু নে পাই ৰায়তৰ লোক মৰিবৰ সংসই আচে। এই হেতুকে খোআ বস্তুৰ অৰ্থাত ধান আদিৰ দান এতিয়া কমাবলৈ আৰু তিনি বচৰৰ মুৰত গুচাবলৈ নতুন কানন পাতিবৰ নিমিত্তে চেৰ ৰৰ্ত পিল প্রধান ৰাজ মন্ত্রিএ ২৭ জানোআৰিত ৰাজ মেলৰ আগত নিবেদন কৰিলে।

জোআ বচৰত ইংলণ্ড দেসৰ খাজনা আদি তোলা ধন ৰাজ কাৰ্জৰ খৰচতকৈ অধিক ৫ ২৫-৬৩ ০০০ পাঁচ কোটি পঁচিচ লাখ টকা।

মাৰ্কিটোএষ্টন নামে ইংলণ্ডৰ এক গাঁৱত কোনো লোকে এটা নাদ খানি ডিচেম্বৰৰ ১৫ দিনত ৩৬ হাত দ কৰিলে। নাদত নৌ সোমাওঁতে বায়ু ভাল বেয়া, তাৰ পৰিখ্যাৰ নিমিত্তে নিতৌ নিতৌ চাকি নমাই দিএ: চাকি জলি থাকে জদি, বায়ু ভাল বুলি জানে, কিন্তু জদি নুমাই জাই তেন্তে বায়ু বেয়া, মানুহ সোমালে মৰিব। কিয়নো কোনো গাঁতৰ ভিতৰত বায়ু চলিবলৈ ৰাট নাই কিয়াকৈ থাকে জদি, সেই বায়ু বেয়া হৈ জাই; জিৱৰ প্রান নাস কৰে, জুইকো নুমাই মাটিৰ তলত ৰাট ন থকা অনেক গাঁত আচে, নাদ খানোঁতে এনে গাঁতৰ পৰা অচল বায়ু কেতিয়াবা কোনো বিস্কাই দি ওলাই নাদ ভৰি থাকে। সেই ওপৰত কোআ নাদ খনাবোৰে ১৫ ডিচেম্বৰৰ দুপৰ বেলিত ওলাই এক ঘৰি মাথোন থাকিল, পাচে চাকিৰে পৰিখ্যা নো চোআকৈ এজন নামি গল। তাতে উসাহ লব নোআৰি বৰ দুখ পোআ জেন ওপৰত থকাবিলাকে দেখিলে। তেতিয়া চাকি লৈ ১৭ হাত মাথোন নমালত নুমাই গল; পাচে সোমোআ জনক উলিয়াই আনিবৰ মনেৰে সিহঁতৰ এটা নামিব ধৰিলে, সিও নাদৰ এভাগ নামি ভিতৰত থাকিব নোআৰাত উলটি আহিল। পাচে নাদত পানি ঢালি আৰু অনেক স্রমেৰে সেই বেয়া বায়ু গুচাই মানুহক তুলিলে, কিন্তু তাৰ প্রান গল। মৰা মানুহৰ নাম জৰ্জ ৰকল।

দখিন আমেৰিকাৰ লাপলাটা নদিৰ পচিম ফালে বৈনচেৰচ নামে এক দেস আচে। তাৰ উজনি দেসৰ মানুহে সিহঁতে সৈতে মিল নো হোআত সিহঁতে লাপলাটা নদিৰ ওপৰত ২৪ বৰ নাও লোহাৰ সিকলিৰে ৰান্ধি কোনো দেসৰ মানুহে বেহা বেপাৰ কৰিবলৈ জাহাজেৰে উজাই জাব নোঅৰাকৈ নদি বন্ধ কৰিচিল। এই কাৰনে ইংৰাজি জাহাজ ৬ চটা আৰু ফ্রাঞ্চি জাহাজ ৫ পাঁচোটা সেনাবোৰে সৈতে গৈ সেই নদি মুকলি কৰিবৰ নিমিত্তে দেসৰ মানুহে সৈতে ২০ নৱেম্বৰ তাৰিখত জুধ কৰি নাও ৰন্ধা সিকলিবিলাক ভাঙ্গি দেসি মানুহৰ কোঁঠ কাঢ়ি লৈ বৰ টোপ ২০ একুৰি মান নিলে। সেই জুধত বৈনচেৰচ দেসৰ

এখান জাহাজ নষ্ট কৰা হল, ফ্ৰাঞ্চিবো এখান বৰকৈ গুলিওআত প্ৰায়ে নষ্ট হল। সেই জুধত ইংৰাজি ১৮, ফ্ৰাঞ্চি ১০ জন মৰিল; খুন হোআ ইংৰাজি ৭০, ফ্ৰাঞ্চি ২৫। সেই দেসৰ মানুহ ৪০০ চাৰি স মৰিল, সেই মানো খুন হৈছিল

আলজেৰি দেসত থকা আবদল কাদৰ নামে আৰব লোকৰ সেনাপতিএ সৈতে ফ্ৰাঞ্চি মানুহে ২৩ ডিচেম্বৰত ৰন কৰি তেঁওক জিনিলে, কিন্তু ধৰিব নোআৰিলে।

পাচে ফ্ৰাঞ্চি সেনা সেনাপতিবোৰে ঠায়ে ঠায়ে এস দুস আৰব মানুহ মাৰি সিইঁতৰ গাঁওবোৰ পুৰিলে, আৰু গুটি ধৰা গচকে আদি কৰি জি বস্তু পালে সকলোকে কাটি পুৰি মানুহ থাকিব নোআৰাকৈ দেস নষ্ট কৰি সেই দেসি লোকক পৰ্বতৰ ভিতৰলৈ খেদি গল। তাতে জানোআৰিৰ ২ দিনৰ তিনি পৰ বেলাত মেঘৰ পৰা বৰখলা বৰখলে ধনকৈ হিম পৰিব ধৰিলে।-ৰৰ জাৰ হোআত মানুহ জাৰলৈ অতি দুখ পালে, আৰু মাটিত হিম সৰহকৈ পৰি থকাত বালিত জোআৰ দৰে হিমত ভৰি সোমাই বৰ সুমেৰেহে বাট চলিব পাৰিছিল। গধুলি ৮ বজাত জেতিয়া বল তেতিয়া ভাৰ অনা খাধ অনেকবোৰ আহিব নোআৰি পাচ পৰিছে বুলি জানিলে। পাচ দিনা ৰাতি পুআতো হিম পৰি থাকিল, আৰু মাটিৰ ওপৰত এহাত মান ওখ হৈ আছিল। তথাপি সিইঁতে সেই মহা দুৰ্দসাৰ পৰা সাৰিবৰ আসাৰে উঠি দিনটো সুমকৈ গৈ পাচে গধুলিতো থাকিবলৈ ঠাই নে পাই বাটত গৈ আছিল। এন্ধাৰত বাট নি চিনি জোআত দুপৰ ৰাতিত জতে গচ গচনি একো নাই কিয়া, এনে এটা বৰ ভৈয়ামৰ মাজলৈ গৈ ভাতে বল। সেই ঠাইত থৰি নে পাই জুই ধৰিব নোআৰিলে; ১২ টা সক কাপৰৰ ঘৰ মাখোন আনিছে, দু হেজাৰ মানুহ হৈছিল, এফাল মান সেই কাপৰৰ ঘৰত সোমাই এখা মৰা হৈ আছিল; আৰু বাহিৰে হিমত থকাবিলাকে বৰখা নে পাই ৬০০।৮০০ চ স আঠ স এইমান মানুহ মৰিল; আৰু জিয়াই থকা কেতবোৰৰ নাক, কান, হাত ভৰি জাৰতে তেজ ন থকাকৈ সিসৰ নিচিনা টান হৈ গল।

চৰ্কাচি দেসৰ পৰ্বতত থকা লোকে সৈতে ৰুচিয়া সেনাবোৰে ৰন কৰোঁতে চৰ্কাচিবোৰে অকস্মিতে আহি জুধ কৰি জিকি সিইঁতৰ বস্তু সামগ্ৰি আৰু অনেক মানুহকো পৰ্বতলৈ নিলে ॥

## ধৰমৰ কথা বাত্ৰা।

**Religious Intelligence.**

কাসিৰ উজনি আগ্ৰা নগৰত প্ৰথম জানোআৰিত হিন্দুস্থানি মানুহ চাইটা, ভিৰোতা চাৰি জনি, ইংৰাজি লোক দুজন, মুঠে দহ জন লোকে প্ৰভুত বিস্বাস কৰি বুৰ পোআ হৈ খ্ৰিষ্টিয়ান মণ্ডলিত গ্ৰাজ্য কৰা হল।

স্যোলচ নামেৰে এজন জৰ্মনি পাদুৰি সাহাবে গুড হোপ নামে আফ্ৰিকাৰ দখিন মুৰ দেসলৈ আহি নিজ ৰাসি লোকক খ্ৰিষ্টৰ ধৰম সিকাবৰ নিমিতে দেসৰ ভাসা ন জনাকৈ সিইঁতৰ গাঁৱলৈ জোআত সেই লোকে তেঁওক আন এজন মানুহ বুলি ভাবি সত্ৰু বোধ কৰি অকস্মিতে আহি বাতি তেঁওক মাৰিলে।

কালবাৰ নামে আফ্ৰিকাৰ এক দেসলৈ স্কটলণ্ডৰ পৰা মিসানেৰি পাদুৰি জন চাৰেক ধৰম সিকাবলৈ গৈছে।

ৰুমিয়া ধৰম এৰি জৰ্মান কাথলিক মণ্ডলি নামে এক নতুন খ্ৰিষ্টিয়ান মণ্ডলি পতা ৰঙ্গ সাহাব আদি কৰি পাদুৰি লোক, সিবিলাকৰ নগৰ মণ্ডলি লোক ১ ০০ ০০০ এক লাখ হৈছে; ৰুমিয়া পাদুৰি ৬০ তিনি কুৰি জন পাপাৰ ধৰম তিয়াগ কৰি সেই মতৰ ধৰম ললে।

য়িহুদা দেসৰ য়িৰুচালম নগৰত আমাৰ প্ৰভু য়িচু খ্ৰিষ্টৰ মৈদাম কোন ঠাইত আছিলে, তাক কেৰে নে জানে; তথাপি আন্দাজেৰে জি ঠাইত হৈছিল বুলি জানিছে, তাতে বৰ মঠ সাজিলে। আৰু তাক পবিত্ৰ মৈদাম বুলি অনেক মানুহে তালৈ জাত্ৰা কৰাত তাৰ গৰাকি জি গুৰু, সি জাত্ৰিক সকলৰ দান লৈ বচৰি বচৰি ৫০০০০০ পঞ্চাস লাখ মান টকা আৰ্জিছে। কিন্তু এনে জাত্ৰা কৰিবলৈ খ্ৰিষ্টিয়ান সাস্ত্ৰত আগ্যা লিখা নাই; কৰিলেও একো ধৰম ন হই, কেৱল সংসাৰিক মনেৰেহে মানুহে এনে কৰম কৰে। ॥

# প্রিথিবিৰ বিৱৰন— ভূগোলৰ পচিম ফালৰ নকচা।




প্রিথিবি ৰেবাৰ টেঙাৰ নিচিনা গোল হোৱা হেতুকে তুলাপাতত একে নকচাৰে লিখি বুজাবলৈ টান; এই নিমিত্তে দুফালৰ নকচা দুটাকৈ লিখে। ওপৰৰ জি নকচা সোঁ হাতে লিখিচে, সেয়ে প্রিথিবিৰ পুব ফাল, অর্থাত জম্বুদিপ। আগৰ কালত তাৰ বাহিৰে আমেৰিকা নামে এখান বৰ দিপ পচিমে থাকে, ইয়াকে কেৱে জনা নাই; চাৰি স মান বচৰৰ আগৈএ কলম্বচে তাক প্রথমে দর্সন পালে। ভুগোলৰ সেই পচিম ফালৰ নকচা ইয়াত্তে লিখা আচে। ওপৰ ভোখৰক উত্তৰ আমেৰিকা বোলে, তলত লিখা ভোখৰক দখিন আমেৰিকা বোলে। সেই নকচাৰ বাঁও ফালে অর্থাত আমেৰিকাৰ পচিম ফালে জি বগা ঠাই আচে, সেয়ে পাচিফিক নামে মহা সাগৰ। দখিন পচিমৰ চুকে নুজিলণ্ড নামে এখান উপদিপ লিখা আচে। আমেৰিকাৰ পুব ফালে নকচাত জি বগা ঠাই দেখা, সেয়ে আট্লান্তিক সাগৰ বোলে; আমেৰিকা জম্বুদিপ এই দুইৰো মাজত আট্লান্তিক সাগৰ থাকি বেলেগ দিপ কৰিচে। ৰহল হৈ কেঁকোৰাকৈ জি আঁক গৈচে, তাকে সাগৰৰ দাঁতি বুজিবা।

সোঁ হাত্তে থকা নকচাৰ ওপৰ ফালে আচিয়া অর্থাত ভাৰত বর্স লিখা আচে, তাৰ ভিতৰত্তে আমাৰ দেস আচে। তাৰ বাঁও ফাল অর্থাত পচিম ভোখৰক ইউৰপ বোলে; তাৰ ভিতৰত ইংলণ্ড, ফ্রান্স, জর্মানি আদি কৰি সকলো ফিৰিঙ্গি লোকৰ দেস আচে। তাৰ উত্তৰ পচিম চুকে জি সৰু উপদিপ থাকে, সেয়ে ইংলণ্ড অর্থাত ইংৰাজিৰ দেস। ইউৰপৰ দখিন ফালে আফ্রিকাৰ নকচা আচে, তাত কলা মানুহ থাকে। তাৰ পুব ফালে মাদাগাস্কৰ নামে এখান উপদিপ লিখা আচে। আৰু আচিয়াৰ পুব দখিন চুকে জি বৰ উপদিপ আচে, তাক নুহলণ্ড বোলে। আচিয়াৰ দখিন ফালে হিন্দু নামে সাগৰ আচে; পুব ফালে জি বগা ঠাই সেয়ে পাচিফিক সাগৰ; পচিমত থকা পাচিফিক সাগৰে সৈতে একে লগ হৈ আচে।

দেস সকলৰ জোখ জানিবৰ নিমিত্তে প্রিথিবিত থিয় আৰু পথালিকৈ অনেক ৰেখা পাতি আচে। হিন্দু মত্তে জাক মেৰু বোলে, সেই উত্তৰ কেন্দ্রৰ পৰা দখিন কেন্দ্রলৈ জোৱা ৰেখা ২৪ চৌবিচটা আচে। দুই দুই ৰেখাৰ মাজত জিমান ঠাই, সুর্জে এক ঘৰিত্তে অর্থাত আর্হৈ ডাঁৰত এইমান বাট জাই। জি ৰেখাত ০ সুন্য পৰিল, সেই ৰেখাত লণ্ডন নগৰ থকা হেতুকে তাক লণ্ডনৰ ৰেখা বোলে। তাৰ পৰা ১, ২, ৩, ৪, এই ক্রমে জি ৰেখা লিখা আচে, সেই ৰেখাই পতি সুর্জৰ এক ঘৰিৰ বাট জানিবা। ৬ থকা জি ৰেখা সেয়ে কলিকত্তাৰ ওচৰে জাই; এই হেতুকে লণ্ডনৰ

# প্রিথিবিৰ বিবৰন— ভূগোলৰ পুব ফালৰ নকচা।




ধনকে ঘূৰি জোআত ২৫ ০০০ পঁচিচ হেজাৰ মাইলৰ বাট হই।

আৰু ওপৰৰ নকচাত পথালি ৰেখাও ১৫। ১৫ ডিগ্রিৰ আঁতৰত লিখা আচে। মাজৰ পথালি ৰেখাৰ পৰা উত্তৰ কেন্দ্ৰলৈ ৯০ নৱৈ ডিগ্রি হই; দখিন কেন্দ্ৰলৈকো সেইমান হৈচে।

প্রিথিবিৰ আন প্রকাৰ পাঁচ ভাগত ধানৰ বেলেগ বেলেগ গুন আচে; মাজ ঠাই হলে বৰ তপত, উত্তৰ আৰু দখিনত্তো চেঁচা। সেই পাঁচ ভাগ বুজিবলৈ সৰু সৰু ফুট দিয়া চাইটা ৰেখা আচে। আচিয়াৰ দখিন ফালে জি ৰেখা জাই, তাক সুৰ্জ্যৰ উত্তৰায়নৰ সিমা বোলে। তাৰ উত্তৰে সুৰ্জ কেতিয়াও নে জাই। আফ্রিকাৰ দখিন ফালে আৰু নুহলণ্ডৰ মাজে দি জোআ ফুটেৰে জি ৰেখা তাক দখিনায়নৰ সিমা বোলে, তাতকৈ দখিনে সুৰ্জ গতি ন কৰে। সেই দুই ৰেখাৰ ভিতৰত থকা ঠাইবিলাক প্রিথিবিৰ তপত খণ্ড বোলে।

সেই তপত খণ্ডৰ উত্তৰ ফালে উত্তৰ চেঁচা খণ্ড থাকে; অতি তপতো আৰু জাৰো ন হই। সেই খণ্ডতে আমাৰ থকা ঠাই। জেঠ মাহত সুৰ্জ্যৰ উত্তৰায়ন হোআ হেতুকে দিনো দিঘল, ঘামো হই। আঘোন পুহত সুৰ্জ্যৰ দখিনায়ন হোআত দিন চুটি, জাৰো হই। মাজৰ তপত খণ্ডৰ দখিন ফালে দখিন চেঁচা খণ্ড থাকে; জেঠ আহাৰত তাত থকা মানুহৰ চুটি দিন আৰু জাৰ কালি; আঘোন পুহত দিন দিঘল। জেতিয়া আমাৰ জাৰ সিইঁতৰ ঘাম; জেতিয়া আমাৰ ঘাম সিইঁতৰ জাৰ।

উত্তৰ কেন্দ্ৰৰ ওচৰত থকা ফুটেৰে জি ৰেখা,

ওপৰ জেতিয়া সুৰ্জ্যে পাই অৰ্থাত দুপৰ হই, তেতিয়া এই দেসত গধুলিৰ ৬ বাজে, অৰ্থাত বেলি মাৰ জাই। আৰু আমেৰিকা দেসৰ নুঅৰ্লিঞ্চ নগৰ লণ্ডনৰ পৰা পচিমে ৬ ৰেখা দুৰ হোআ হেতুকে জেতিয়া সুৰ্জ লণ্ডন পাই তেতিয়া আমেৰিকাত ৰাতি পুআৰ ৬ বাজে, অৰ্থাত সুৰ্জ ওলোআৰ সমই হই। আৰু খেহ দেস আমাৰ পুব ফালে ১ ৰেখা দুৰ হোআত খেহৰ ওপৰত সুৰ্জ এক ঘৰিতকৈ আগেএ ওলাই। ইংলণ্ডত আমাতকৈ ৬ ঘৰিৰ পাচে ওলাই, আমেৰিকাত ১২ ঘৰি অৰ্থাত দিনটৰ পাচে ওলাই। এই ৰূপে আমাৰ জেতিয়া ৰাতি পুআ, তেতিয়া আমেৰিকাত গধুলি হই; জম্বুদিপত ৰাতি হলে তত্তে দিন হই, ইয়াতে দিন হলে তত্তে ৰাতি হই।

প্রিথিবিৰ কোনো দেসৰ ডাঙ্গৰ নকচা হলে ৰেখা ঘনকৈ লিখি, এক ভাগত ১৫ ভাগ কৰে; এনে সৰু ভাগক এক ডিগ্রি বোলে; প্রিথিবিৰ ঘূৰনিয়া জোখত ৩৬০ তিনি স ষাঠি কুৰি ডিগ্রি হৈচে। আৰু এক ডিগ্রিত ৬৯ ॥ ঊনসত্তৰি আধা মাইল অৰ্থাত এইমান ডাঁৱৰ বাট হই। প্রিথিবি

তাৰ ওপৰ হোআ ঠাইবিলাক ৰৰ জাৰ, সদাই হিম নু গুচে, তাক উত্তৰ হিম খণ্ড বোলে। উত্তৰ কেন্দ্রৰ ওচৰত থকা দেসত ঘাম কালি মাহ্ চাৰেকলৈ গধুলিতে বেলি মাৰ নে জাই মাটিৰ তলৈলৈ নো জোআকৈ আকাস মণ্ডলত ঘুৰি থাকে। পাচে জাৰ কালিত সুর্জ্জে দখিনায়নে জোআত সেই উত্তৰ ঠাইত মাহ্ চাৰেকলৈ নোলাই, ৰাতি হৈ থাকে। দখিন কেন্দ্রৰ ওচৰত থকা দখিন হিম খণ্ডো তেনে হই। আৰু সেই দুই হিম খণ্ডত ৰৰ জাৰ হোআত সাগৰৰ পানি সিল হৈ জাই। ইয়াতে জেনেকৈ কেতিয়াবা বৰখুনৰ পানি ওপৰৰ জাৰ ঠাইৰ পৰা সিল হৈ আহে, তেনেকৈ উত্তৰ দখিন কেন্দ্রৰ ওচৰ ঠাইবিলাকত সাগৰৰ পানিও সিল হই।

---

## কএদি এজনক ফাঁসি দিয়া কথা।

**Execution of a Prisoner at Nowgong.**

১৮৪৬ ইংৰাজি সকৰ মার্চ মাহৰ ৩১ তাৰিখত এটা দুখৰ ঘটানা চাবলৈ নগাঁৱৰ জিলাত ৫০০০ হেজাৰ মান মানুহ গোট খাইচিল; অর্থাত এই জিলাৰ পৰা ৭ দিনৰ বাট দূৰৈ দলেঙ্গ পুঁজি নামেৰে এখান গাঁৱৰ মধ্যম বয়সিয়া এজন খাচিয়া জি আপোনাৰ চুবুৰিয়া এজনক বধ কৰিলে, তাকে ফাঁসিত দিয়া চাবলৈ আটাই ফালৰ পৰা মানুহ আহি জিলাৰ ৰৰ কাটকৰ মুখত গোট খাইচিল। এই মানুহ আৰু তিনটা মানুহে সৈতে আন এখান গাঁৱলৈ বেপাৰ কৰিবলৈ গৈচিল, আৰু উভতি আহিবৰ কালত কেৱল ৩০। ৪০ টকা মান পাবৰ আসাৰে এই মানুহটো তাৰ সগৰিয়া এজনক বধ কৰিবলৈ মতি হল; আৰু হাবিৰ মাজত জেতিয়া অলপ নির্জান হৈচিল সেই ভাল সময় জানি, এই কএদিটোএ আপোনাৰ দাৱে একে কোবত্ তাৰ চুবুৰিয়াৰ ঠেঙ্গ এটা কাটি পেলালে। আন দুটা মানুহে সাখি দি কই, জে সিইত অলপ দূৰৈত আচিল, কিন্তু এটা আপদৰ সবদ সুনি ওচৰলৈ লৰ মাৰি গল, আৰু সিইতে ধৰি বান্ধিবৰ আগেএ দেখিলে জে এটাৰ মুৰ গাৰিৰ পৰা বেলেগ হল, কেৱল এতোখৰ মঙ্গহতেহে লাগি আচে, আৰু সিইতে এইটো কথা বুজালে, সিইঁতৰো অৱস্থা এনে হব বুলি ভই দেখুআই, এই মানুহ্ বধি ৰূপ খিনি লৈ পলাই গল। কিন্তু বধ হোআ মানুহটো নাহিল দেখি গাঁৱত বিচাৰ লাগিল, আৰু এই দুটা মানুহে মৰা সৰটো দেখুআই দিলে, আৰু পলোআটৰ বিৰোধে সাখি দিলে, কিন্তু ভই হেতুকে আগেএ সাখি দিয়া নাই। সি ধৰা পৰি সোধত দোসি হোআত ফাঁসিত দিবলৈ সদৰৰ পৰা আগ্যা আহিল। ৬ দিনৰ আগেএ জিলাৰ বিচাৰপতি শ্রী জুত কাপ্তান বট্‌লৰ সাহাবে এই মানুহলৈ তাৰ ফাঁসি দিয়াৰ আগ্যা জনালে, জে সি নিচই ৬ দিনৰ মুৰত মৰিব। দিৱসৰ সংখ্যা জেন নে পাহৰে এই কাৰনে দোসি মানুহটে মাটিত ৬ চট আৰু দি থৈচিল। কেতিয়াবা সি ভাত পানি এৰিচিল আৰু কেতিয়াবা কেতিয়াবা এই বিসই নিচইকৈ আন মন হৈচিল। সি হাতে ভৰিএ লোআ সৈতে কাটকৰ পৰা চিপাহি আৰু বৰকন্দাজবিলাকৰ মাজত ফাঁসি দিয়া ঠাইলৈ নিয়া হৈচিল, পাচত তাৰ সিকলি মেলি দিয়া হল; হাত দুটা পাচ ফালে বান্ধিলে শ্রী জুত কাপ্তান বট্‌লৰ সাহাবে সদৰৰ পৰা অহা তাৰ মিতু্যৰ আগ্যা পত্র ইংৰাজি আৰু বঙ্গলা ভাসাৰে পৰ্হি সুনালে। ফাঁসি দিবলৈ সকলো জুগুত হোআৰ পাচত শ্রী জুত বিচাৰপতি সাহাবে দোঅনিয়াৰ দ্বাৰাই সুধিলে জে তোৰ চুবুৰিয়াক বধ কৰিচিলি নে নাই কৰা? সি কলে মই তাক বধ কৰা নাই। তাৰ দোস সৈ কাৰিবলৈ অনেক কথা কোআ গল, কিন্তু সি বধৰ অপৰাধ মৰনলৈকেও সৈ নে কাৰিলে। সি পচিম ফাললৈ মুখ কৰি হাত কৰজোৰ কৰি মুৰ মাটিত লগাই অনেক বাৰ প্রার্থনা কৰিলে। সত্য পৰম ইস্বৰলৈ সি প্রার্থনা কৰা নাই, কিন্তু তাৰ দেসৰ পর্বতিয়া দেওবিলাকলৈ আৰু মৰা পিত্রিবিলাকলৈহে প্রার্থনা কৰিলে। পাপ পুন্যৰ বিসয়ে তাৰ একো বোধ নাচিল, আৰু পৰকালত কি গতি হব তাকো নে জানিলে, কিন্তু পহুৰ নিচিনা অগ্যান আচিল। জাচিৰে খুচি মাৰিবলৈ নিদিব এই আস্থা কৰিলে; তাতে সাহাবে তাক কলে জে সি অৱস্যে মৰিব, তথাপি তাক অনর্থক একো দুখ নি দিব। ফাঁসিৰ চাঙ্গৰ জখলাত সি

নিৰ্ভয়ে উঠি গল; এটা কএদি তাৰ মুৰত টুপি দি চকু মুখ ঢাকি [illegible] ফাঁহ লগাই দি নামি আ-হিল। পাচে এটা টিপ দিলতে মানুহবিলাকে জৰিত ধৰি চাঙ্গ পেলাই দিলে, আৰু ধন্তেকৰ ভিতৰত সি মৰা মৰ হৈ, সকলো দোসি মানুহে জেন দেসৰ ৰাজ আগ্যা সকল অমান্য ন কৰে, এনে চেতনা দিবলৈ ওলমি থাকিল। ১০ ঘণ্টা বজাৰ পৰা গধুলি ৬ বজালৈকে তাতে থাকিল; পাচে নমাই আনি পুতি থলে।

এই দোসি মানুহৰ দুৰাৱস্থাৰ পৰা আমি কি সিখ্যা পাঁও? লোভিয়া মন দমন কৰা আমাৰ উচিত। অনেক মানুহে ইশ্বৰৰ পৰা পোৱা ধন বস্তুত সন্তোস ন হৈ লোকৰ দ্ৰব্যত আসা কৰে। চুৰুবিয়াৰ অলপ ধনলৈ লোভ কৰা হেতুকে এই মানুহটো অতি লাজ পাই মিত্যু হল।

লুকুআ পাপ কেতিয়াও প্ৰকাস ন হব বুলি কোনেও নে ভাবোক। এই মানুহটে ভাবিচিল, জে নিৰ্জান হাবিৰ মাজত তাৰ এই কুকৰম দেখি-বলৈ আৰু কবলৈ কোনো নাই। জগতৰ অধি-কাৰ পৰম ইস্বৰে আমাক সদাই দেখি আচে বুলি আমি মনত ৰখা উচিত। তেঁও কই জে তো-মোলাকৰ পাতৰ তোমোলাকৰ বতৰা পাব ইয়াক তোমোলাকে নিচই জানা, আৰু প্ৰতিফল দিয়া কৰম মোৰহে, মই উচিত দণ্ড দিম।

অগ্যানৰ পৰা জি আপদ ঘটে তাক দেখা। জি জনে কই তুমি বধ ন কৰিবা, সেই পৰম ইশ্ব-ৰক এই মানুহে নি চিনিলে। নৰকত পৰি অন্ত কালত আত্মাৰ কি গতি হব তাকো ন জনা হে-তুকে পাপলৈ তাৰ একো ডৰ নাই। জি সাস্ত্ৰত সকলোকে প্ৰেম কৰিবলৈ কই, আৰু কাৰো হানি কৰিবলৈ নি দিএ, সেই ধৰম সাস্ত্ৰ নে জানিলে। জিবিলাকে পৰ্হিব পাৰে আৰু ইশ্বৰলৈ আৰু চুৰুবিয়ালৈ সিহঁতৰ কৰ্তব্য কৰম সিকে, সিহঁতে কেনে সাঘ্য। এই দেসৰ আগৰ ৰজাবিলাক সা-মান্য লোকক পৰ্হাই সুনাই গিয়ানি কৰিবলৈ ইচা ন কৰিচিল। কিন্তু এই কালৰ অধিকাৰবিলাকে সকলো জাতি লোকৰ লৰাবিলাকক বিনা মুলো পৰ্হি সুনি গিয়ানি হবৰ কাৰনে গাঁৱে গাঁৱে স্কুল পাতি বৰ অনুগ্ৰহ কৰিচে, এই নিমিত্তে আগৰ নিচিনাকৈ মুৰ্খ হৈ থকা এতিয়া মন্দ আৰু অতি বৰ লাজৰ কথা। সকলো মানুহতকৈ গিয়ানি আ-গৰ কালৰ জি চলমোন ৰজা, তেঁওৰ কথা পৰ্হি-বলৈ এই অৰুনোদই পত্ৰ পৰ্হা লোকবিলাকলৈ লিখোঁ।

হে মোৰ পুত্ৰ পাপিহঁতে তোমাক লোভ দে-খালে সিহঁতে সৈতে মন নি মিলাবা। তাঁহা, আ-মি লোনিত উলিয়াবলৈ লুকাই থাকোঁ, আমি নিৰ্দু-সিবিলাকক অকাৰনে বধিবলৈ লুকাই থাকোঁ, আমি আটাৱে বহু মুল্য বেহানি পাম, আমি আপোন আপোন ঘৰ লুৰা বেহানিৰে পুৰ কৰিম: তাঁহা, আমাৰ ভাগি হোআ, আমাৰ একে জোলো-ঙা হোক, সিহঁতে জদি এনে কথা কই, তেন্তে হে মোৰ পুত্ৰ, সিহঁতে সৈতে বাটত নে জাবা। সি-হঁতে আপোনাইতৰে লোনিত উলিয়াবলৈ লু-কাই থাকে, সিহঁতে আপোনাইতৰে প্ৰান বধিব-লৈ গুপুতে থাকে। সকলো ধন লুভিয়াৰ এই গতি। হিতোপদেস দ্ৰিঢ়কৈ গ্ৰহন কৰা, তাক এৰি নি দিবা, তাক ৰখ্যা কৰা, জি হেতুক সেয়েই তো-মাৰ জিৱন। ম.

—

## কলিকতাৰ পানি সিলৰ ভঁৰাল।

**Ice-houses in Calcutta.**

আমেৰিকা দেসৰ পৰা জাহাজেৰে এনা পানি সিল ৰাখিবৰ নিমিত্তে এজন সদাগৰ সাহাবে কলিকতাত ভঁৰাল পাতিবৰ ৫। ৬ বচৰ হল কলিকতাৰ মানুহে ঘাম কালি সেই পানি সিল কিনি খাই চেঁচা হোআৰ নিমিত্তে বৰ ভাল পাই। আন পানিত পেলাই সেই সিল পমি জাই, পানিও অতি চেঁচা হই। সেই পানি সিল বেহা বেপাৰ কৰাত বহু ধন আৰ্জিচে দেখি, আন সদা-গৰে এনে সিল ৰাখি বেচিবৰ নিমিত্তে আৰু এটা ভঁৰাল এতিয়া পাতিচে। আমেৰিকা দেসত বৰ জাৰ হোআ হেতুকে জানোআৰি ফেব্ৰুআৰি মা-হত বিল আদি কৰি সকলো সোঁত নাই কিয়া পা-নিবিলাক সিল হৈ জাই। পাচে মানুহে তাক ডো-খৰ ডোখৰ কাটি সাগৰৰ ওচৰলৈ আনি জাহাজত ভৰাই প্ৰিথিবিৰ তপত খণ্ডৰ দেস নগৰলৈ নি বেচেগৈ।



## সিংহৰ বিবৰন।

সিংহৰ জনমৰ থান আফ্ৰিকা আৰু আচিয়া; এই দুইবো মাত্ৰ ঠাইতে জনমে; অতি জাৰ হোআ দেশত নে থাকে। জি জি ঠাইত তাপৰ নিমিত্তে মানুহ থাকিব নোআৰে সেই ঠাইত সিংহে দুখ নো পোআকৈ সুখে থাকে। তপত দেশত জনম হোআ হেতুকে সিইত স্বভাৱতে অতি ৰাগি ৰনৰুস্তো হই। আগৰ কালত অনেক অনেক সিংহ আছিল, কিন্তু এতিয়া কম্তি হল। জি দেশত সিংহ নে থাকে সেই দেশৰ মানুহে এনে আচৰিত জন্তু চাবৰ নিমিত্তে লোকে সিংহক ধৰি গঁৰালত ভৰি পোসন পালন কৰি মানুহৰ পৰা ধন পাবলৈ দেসে দেসে নি দেখুআই ফুৰে। হাবিত থকা সিংহৰ জিমান বল প্ৰতাপ, গাঁৱত থাকিলে তেনে বল প্ৰতাপ ন হই; কাৰন মানুহে পালন কৰাত মানুহৰ অধিক সক্তি জানি আপোনাৰ সক্তি কম্তি জেন মানে; অৰ্থাত বহু কাল মানুহৰ অধিন হৈ থকাত পুৰ্বৰ পৰাক্ৰমি স্বভাও গুচে আৰু কোমল হই।

কোনো এক সমইত সিংহৰ ৰখিয়া এটাই নিৰ্ভয়ে সিংহে সৈতে ধেমেলা ধেমেলি কৰি তাৰ জিবা আৰু দাঁত টানি উমলি থাকে। লণ্ডন নগৰৰ ওচৰৰ গাঁৱত সেই সিংহক লৈ তাৰ মুখ মেলি ভিতৰত আপোনাৰ মুৰ সুমাই কিছুমান বেলি থাকি অনেক খিনি কথা কই, আৰু ওচৰত থকা মানুহত সোধে, হে ভাই সকল, সিংহে নেজ লৰাইচে নে নাই লৰোআ? নেজ লৰোআ নাই এনে উত্তৰ সুনিলে, একো নি চিন্তাকৈ আৰু কিছু কাল থাকে; কিন্তু নেজ লৰিচে বুলি জেতিয়া সুনে, তেতিয়া সিংহৰ খঙ উঠা জেন জানি, সি মুৰ বেগে উলিয়াই আনে। এই দৰে ৰঙ দেখাই সেই মানুহে বহু ধন পালে।

সিংহৰ দিঘলে প্ৰাই ৬ হাত, নেগুৰ তিনি হাত মান; মুচে ২ হাত। ওখ তিনি হাত মান। গল্ধনৰ ওপৰত অনেক দিঘল কেঁকোৰা নোম আছে, তাক দেখিবলৈ বৰ সুন্দৰ; কিন্তু জেতিয়া তাৰ খঙ উঠে, তেতিয়া গল্ধনৰ নোম জাটি জেন খিয় হই, আৰু চকু জলি থকা জুইৰ নিচিনা দেখে। তাৰ গোটেই গাই নোম থাকে, কোনো ঠাইত সক কোমল, কোনো ঠাইত ৰঙ্গাই ৰগাই মিহলি; আন ঠাইতকৈ তল পেট কিছু বগা। তাৰ বল অসংখ্যা অতি আচৰিত; কোনো কালে সাঁৰ ভতৰাক ধৰি কামোৰ মাৰি মুখত লৈ লৰ মাৰি জাই। তাৰ সবদ অতিসই ভয়ঙ্কৰ; ৰাতি হলে মেঘৰ গৰ্জনৰ নিচিনা সুনা জাই। মাইকি সিংহে এবেলি তিনি চাৰি পোআলি ওপজাই। সেই পোআলি সক হৈ থাকোঁতে আতি সুন্দৰ, কোমল, খঙ নাই কিয়া হৈ থাকে। চ বচৰ মান বয়স হলে বাপেকৰ তুল্য বল পৰাক্ৰমি হই। ॥

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোঙা। মোং সিৱসাগৰ, মেই ১৮৪৬ খ্ৰিষ্ট অঃ সঁক। নম্বৰ ৫।

VOL. I. SIBSAGOR, ASAM, MAY, 1846. NO. 5

## অনেক দেসৰ সম্বাদ।

General Intelligence.

এপ্ৰেল মাহৰ ২৮ তাৰিখে মঙ্গল বাৰে বেলা এঘাৰ বজাৰ সমই সিৱসাগৰত পচিম কালৰ পৰা অতিসই বতাহ আহি ঘোৰ মেঘ পুখুৰিত পৰি — বৰখুন আৰু কপাহ গুটিয়াৰে পৰা আমলখিয়া পৰ্জ্জন্ত সিলা বৃষ্টি হল। তাতে দিনতে এন্ধাৰ হৈছিল, সেই বতাহতে পুখুৰি পাৰৰ বৰ ফাটকৰ ঘৰটো ভাগি পৰিল, আৰু অন্য অন্য অনেক ঘৰো ভাগি পৰিল।

১৭ মেই তাৰিখে দেও বাৰত সিৱসাগৰৰ বজাৰত বজ্ৰপাত পৰি ডোমৰ এটা নাম ঘৰ পুৰিলে। বজ্ৰপাত পৰাৰ একে খেনতে বিজুলি আৰু মেঘৰ গাজনিও হৈছিল। বৰ বতাহ হোআত অনেক ঘৰত জুই লাগিবৰ ভয়েৰে মানুহবিলাকে সমেঘৰত জুই নুমালত আন ঘৰ নু পুৰিলে। তাৰ পাচদিনা সেই নাম ঘৰৰ খুঁটা আদি অৱসেস থকা সকলো বস্তু গোটাই ডোম লোকে নৈত উটাই দিলে। আৰু বজ্ৰপাত কৰ পৰা হই, সিইতে তাক নে জানি, আমি কিবা অপৰাধ কৰাত কোনো দেৱতাই খঙ্গ কৰি আমাৰ নাম ঘৰ পুৰিলে, ইয়াকে বুলি সিইতে সেই দোস গুচাবৰ নিমিত্তে অনেক মানুহ চপাই বৰ সভা কৰিবলৈ আলচ কৰিছে।

মেঘৰ পৰা বজ্ৰপাত পৰা বৰ টোপ মৰা নিচিনা হই; বৰ টোপৰ পৰা গুলি মৰাত জুই আৰু সবদ জেনেকৈ ওলাই, সেই ৰূপে বজ্ৰপাত মেঘৰ পৰা ওলাওতে খাৰৰ জুইৰ দৰে বিজুলি দেখা জাই, টোপৰ সবদৰ নিচিনা গৰ্জ্জনো ৰৰকৈ উঠে। মেঘ ওচৰ চপাতে আমি একেবেলিএ বিজুলি দেখোঁ গৰ্জ্জনো সুনোঁ; কিন্তু দূৰ হলে, প্ৰথমে বিজুলি দেখোঁ, পাচে সবদ ক্ৰমে ক্ৰমে আহি কানত পৰে; মেঘ অতিসই দূৰ হলে সবদ সুনিবলৈ নে পাওঁ; বিজুলি মাথোন দেখা হই।

এপ্ৰেল মাহৰ ১৫ তাৰিখে গুআহাটি নগৰত বৰখুন সিলা বৃষ্টি আৰু ধুমুহা বতাহ আহি ৩০০। ৪০০ মান ঘৰ আৰু অনেক গচ গচনি ভাঙ্গি পেলালে। পাচে ২৮ এপ্ৰেলত বৰ বতাহ বৰখুন আহি দিনতে এন্ধাৰ হৈ নিসা জেন হৈছিল। আৰু ৩০ এপ্ৰেল মাহৰ পৰা ৩ তিনি মেইলৈকে বৰখুন আৰু বগৰিৰ দৰে সিল বৰষিছিল, সেই সিল পৰাতে চৰাই চিৰকটি কতবিলাক মৰিল। সেই তিনি দিন সূৰ্য্য দেখা ন গল, কেৱল এন্ধাৰহে হৈছিল। আৰু বৰ বতাহ দিয়াতে বহুত ঘৰ আৰু গচ ভাগিল, আৰু গিৰ্জ্জা ঘৰৰ ওপৰৰ মটক দখিন কালৰ চুন বালিএ সৈতে সেও দিয়া কৰাল খহি পৰিল।

৫ পাঁচ মেইৰ দিনা ১২ বাৰে বজাৰ সময়ত বসিষ্ঠ নৈৰ বৰ সোঁত পৰি সেই নৈত থকা ৯ ন খান সূদা বৰ নাও ভাগিল। সেই নাও মৰোঁতে এটা ডেকা মানুহ পৰি মৰিব ধৰিছিল, পাচে দহোটা মানুহে এতাল ডোল তাৰ হাতলৈ পেলাই দি ধৰিলে। আৰু কম্পানি ঘৰে সেই নৈক উজাই বোআবলৈ আগেএ সাল কাঠৰ জি গৰ বান্ধিছিল, সেই বন্ধাকো খহাই নিলে।

১৬ মার্চ তাৰিখে জামুগুৰি মৌজাৰ জাতিৰাম সোনাৰিএ আপোনাৰ তিনি চাৰি বয়সিয়া পুত্ৰক লাঠিৰে মুৰত দুই তিনি মাৰ মৰাতে কিচুমানৰ পাচতে মৰিল। বাপেকক ধৰি আনি তজবিজৰ কাৰনে ফাটকত ৰাখি থকাতে ৩১ মার্চ তাৰিখত মিত্যু হল।

ৰংচলা পথাৰৰ জইৰামৰ ৫ বচৰিয়া পুত্ৰ পিপিৰামক মাকে বুৰি মাকৰ হাতত ৰখিয়া দি গলত বুৰি মাকে লৰা এৰি আন কাম কৰোঁতে ২৮ মার্চ বেলা ৪ দণ্ড থকাৰ সময়ত আপোন পুখুৰিতে লৰা পৰি মিত্যু হল।

২৭. এপ্রেল দেস তিমকআৰ শ্রীজুত দয়াল চন্দ্র ডেকা ৰকআৰ ঘৰত ১২ বাৰ বজাৰ সময়ত থকআ বেঁটি একজনিৰ তিনি জনি চোআলি উপজিল।

খেহ্ দেসৰ পৰা লণ্ডন নগৰলৈ জাওঁতে ফ্রাঙ্কিচ স্পেট নামে এখান জাহাজ গুড হোপৰ ওচৰত বৰ বতাহে নিয়াত ৭ জানোআৰিত বামত লাগি ভাগিল। তাৰ ১৯ মানুহ পানিত পৰি মৰিল, দুটা মাখোন সাঁতৰি ৰখ্যা পৰিল

ব্রাজিল দেসৰ দিয়ানা নামে এক ডকাইতি জাহাজে আফ্রিকা মানুহক বন্দি বেঁটিকৈ ধৰিবলৈ গৈ, আফ্রিকা মাদাগাস্কৰ এই দুইৰো মাজত থকা সাগৰৰ মুঁতি সোমালত ১০ নবেম্বৰত ইংৰাজি জাহাজৰ এক কাপ্তানে দেখি ধৰিলেগৈ, আৰু সেই ডকাইত সকলক বিচাৰ পতিৰ হাতত দিবলৈ কইদ কৰি ৰাখিলে

আৰু আফ্রিকাৰ পচিম ফালে ইংৰাজি জাহাজ এখান সাগৰত ফুৰোঁতে এখান ডকাইতি জাহাজ দেখিলে; পাচে তাৰে সৈতে ৰন কৰি জিকি সেই জাহাজত উঠিলত আফ্রিকাৰ কলা মানুহ ১১০০ এঘাৰ স তাৰ ভিতৰত বন্দি কৰি থোআ পালে। সেই সকলো কলা মানুহ এনে সক ঠাইত সুমুআই ৰখাত অত্যন্ত দুখ জাতনা পাই আচিলে; ডকাইতহতে আমেৰিকালৈ সকলোকে নি বেচি সৰহ্ ধন লাভ পাম বুলি এনা কৰিলে, কিন্তু ইংৰাজি জাহাজৰ কাপ্তান সাহাৰে সেই ১১০০ মানুহ মুকলি কৰিলে, আৰু ডকাইত সকলক সোধৰ নিমিত্তে বন্দি কৰি ৰাখিচে।

জৰ্মানিৰ ভিতৰত বাদেন দেসে দি এটা ৰেলৰদ অর্থাত কল ৰথ জোআ লোৰ ডাঙ্গ আলিত পাতি থোআ আচে; ৰথ জাবলৈকো দু ডাল, আহিবলৈকো দু ডাল আচে। ২ জানোআৰিত অহা এখান ৰথ আৰু জোআ এখান, দুয়ো একে ডাঙ্গতে ভুল কৰি সমুখে আহি ইলজেন নগৰৰ ওচৰত খুন্দা খাই কল ৰথ এখান আৰু পাচ কালে টানি অনা ৰথ কেইবা খনো ডোখৰ ডোখৰ হৈ ভাগি গল। ৰথবিলাকত জোআ মানুহ ২০ একুৰি মৰিল, আৰু একুৰি মান এধা মৰা হল।

ৰোএন আৰু হাবৰ, ফ্রাঞ্চি দেসৰ এই দুই নগৰৰ মাজত এক ৰেলৰদ পাতিবলৈ বাৰঁটি নামে এক ঠাইত এটা নৈৰ ওপৰত এহেজাৰ হাত দিঘল সাঁকো পানি জোআ ২৭ সাতাইচটা বৰ বিস্তাৰে ২০০। ৩০০ দুই তিনি স মানুহৰ হতুআই দু বচৰত সাজি আচিল। প্রাই সকলো পুৰ হলত ১০ জানোআৰিত এজন সদাগৰে ঘোঁৰা ৰথে সৈতে সাঁকো পাৰ হৈ জাবলৈ ধৰাত ঘোঁৰা অকস্মিতে ৰৈ থাকিল, কোবোআতো নেজাই, ইয়াকে দেখি সদাগৰে বিস্মই মানি থকাত সাঁকো ফাটিব ধৰিলে, আৰু একে বেলি সকলো ভাগি পৰি গল।

বিস্কা নামে ইংলণ্ডৰ এক গাঁৱত নাগ মাটি খনা এটা বৰ গাঁত আচে। ১৪ জানোআৰিত ৩৫ পঞ্চত্রিচ মানুহে তাৰ ভিতৰত কাম কৰি থাকোঁতে, জি বিধ বায়ু জুই লাগি খাবৰ দৰে পোৰে এনে বায়ুৰে গাঁত পুৰ হৈ আচিল; তাতে একে বেলি গাঁত গোটেইটত জুই লাগি সেই সকলো মানুহক মাৰিলে।

ডোবৰ নামে ইংলণ্ডৰ এক নগৰৰ ওচৰত পর্বতত আলি এটা কাটি গৰাত গাঁত খানি তাৰ ভিতৰত খাৰ ভৰোআ দুটা পিপা থোআ আচিল। ২৪ ফেব্রোআৰিত ১৩ জন কুলি মানুহে ৰৰখুন হোআত তাতে সোমাই একনে ধঁপাত খাঁওতে চিলিমৰ জুই পৰি খাৰত লাগি বৰ টোপৰ গুলি জোআৰ দৰে সেই মানুহবোৰক উৰুআই কেতবোৰ ৩০০ মান হাতৰ অন্তৰত পেলালে, কেতবোৰ ডোখৰ ডোখৰ কৰি মাৰিলে; এটা মাখোন আধা মৰা হৈ জিয়াই থাকিল।



Opening of Parliament—Speech from the Throne.

ইংলণ্ডৰ ৰাজ মেল পাতিবৰ নিমিত্তে শ্ৰীশ্ৰী মতি মহা ৰানি ২২ জানোআৰি তাৰিখত শুব্ৰ ৰৰনিয়া আঠোটা ঘোঁৰা জোগ হোআ এনে ৰথত উঠি ৰাজ সভালৈ গল। তৈওৰ আগত চটা চটা ঘোঁৰা জোগ হোআ ৰথেৰে আত্মিয় লোক সকল, আৰু পাচত সেনাই সৈতে সেনাপতি ৰখিয়া হৈ গৈচিল। ৰাজ সভাত সোমাই আপোনাৰ স্বামি মহা মহিম প্ৰিঞ্চ আলবৰ্ত্তে সৈতে সিংহাসনত ৰহি মহা ৰানিএ আপুনি লিখা পত্ৰ হাতত লৈ ৰাজ মন্ত্ৰি আদি কৰি সকলো লৰ্ড সাহাব আৰু দেসৰ মনুআই বিলাকৰ আগত এক প্ৰসঙ্গৰ কথা পঢ়ি সুনালে। পাচে সভাৰ পৰা মহা ৰানিএ ৰাজ্যলৈ

গমন কৰাত প্ৰধান ৰাজ মন্ত্ৰি আদি মেলৰ সকলো লোকে ন নকৈ কানন নিজুক্ত কৰিবৰ নিমিত্তে বাদ বিচাৰ কৰি থাকে। তাতে কোনো কানন থিৰ হলে তাক মহা ৰানিৰ চৰনত নিবেদন কৰি দিএ, কিন্তু তেঁওৰ মঞ্জুৰ হলেহে কানন থিৰ হই।

শ্ৰীমতি মহা ৰানিৰ জনম ১৮১৯ ইং সঁকৰ মেই মাহৰ ২৪ তাৰিখত হৈছিল। এতিয়া তেঁওৰ বয়স ২৮ বচৰ হৈছে। ১৮৩৭ ইং সঁকৰ ২০ জুনত সিংহাসনত উঠি ৰাজ পদ পালে।

ইউৰপৰ মাজত পোলণ্ড নামেৰে জি এখান দেস আছিল, ৰুচিয়া প্ৰুচিয়া অস্ত্ৰিয়া এই তিনি দেসৰ ৰজাই সেই দেস দখল কৰি ১৭৯৫ ইং সঁকত আপোনা সকলৰ মাজত বাঁটি ললে। সেই ৰজাবিলাকৰ পৰা পোলণ্ডৰ মানুহে অনেক দুখ পোআত ৰন কৰিবলৈ আলচি জোআ ফেব্ৰোআৰি ২১ তাৰিখত ক্ৰাকৌ নগৰত জুধৰ আৰম্ভন কৰিলে। ॥



সতি জোআৰ নকচা।

Immolation of Widows.

আগৈএ হিন্দু লোকৰ অনেক অনেক তিৰোতাই আপোনাক সতি জানি আপোন আপোন মিত্যু স্বামিৰ লগত চিতাত উঠি দাহ হই। কোনোএ আপোন ইচাৰে আৰু কোনোএ বা গিয়াতি কুটুমৰ বুধিৰে এই ৰূপে মৰি জাই। ইয়াৰ কাৰন এই, ব্ৰাহ্মন আদি ভদ্ৰ লোকৰ তিৰোতাই স্বামি মৰিলে আৰুও বিয়া হোআ দস্তুৰ নাই; এই হেতুকে আগলৈ দুখ বেজাৰ হব হেন জানি কোনোএ মৰনকে ভাল বুলি স্বিকাৰ কৰে; কোনোএ পণ্ডিতৰ মুখে অনেক জনমত সেই স্বামিৰ বিজোগ ন হৈ স্বৰগৰ ভোগ কৰিব, আৰু অনেক কুল উধাৰ হব হেন সুনি পৈএকৰ লগত মিত্যু হই। হিন্দু সাস্ত্ৰতে কোনো ঠাইত সতিৰ বিধান আছে, কোনো ঠাইত নিসেধ আছে। তাতে আগৰ কালত অনেক মানুহ সতি গৈছিলে, কিন্তু ১৮২৯ ইং সঁকত শ্ৰীজুত লৰ্ড উলিয়ম বেণ্টিঙ্ক গবৰ্নৰ জেনৰল বাহাদুৰে এই কথা বিচাৰ কৰি সতি জোআ আত্মা ঘাতি হেন জানি, নিবাৰন কৰি কানন চলালে।

আৰু এতিয়া সুনিচোঁ, কলিকতা নগৰত কেতবোৰ পণ্ডিত লোকে সভা পাতি বিচাৰ কৰি হিন্দু লোকৰ স্বামি মিত্যু হলে তিৰোতাই আন পুৰুসে সৈতে বিয়া হব পাই, ইয়াকে থিৰ কৰি জানিলে। সকলো খ্ৰিষ্টিয়ান দেসতে তিৰি লোক বিধৱা হলে, আন স্বামিএ সৈতে বিয়া হৈছে।

বৰ্ত্তমান সঁকৰ এপ্ৰেল মাহৰ ২৬ তাৰিখে সিৱসাগৰ জিলাৰ দখিন ফালে কালু গাঁৱৰ শ্ৰীলম্বোদৰ মৌজাদাৰৰ ককায়েক মিত্যু হোআৰ পুৰ্বে তেঁওৰ ঘৈনিএকে স্বামিৰ লগত সতি জাবৰ নিমিত্তে অগ্নি পৰিখ্যাকে আদি কৰি সকলো ৰূপে প্ৰমান চাই সতি হই জেন জানি মৌজাদাৰে শ্ৰীজুত বিচাৰ পতিৰ আগত সেই কথা জনালত দাৰোগাৰ দোআৰাই সতিক নিবাৰন কৰিলে ॥

---

## কানিয়া মানুহ এজনি মৰাৰ কথা।

**Death of an Opium Eater.**

সিৱসাগৰ জিলাৰ কাঠপৰা গাঁৱৰ সুমথিৰি নামে এজনি বুৰি মানুহ বৰ্ত্তমান মাহৰ ১২ তাৰিখত মিত্যু হল। পুৰ্বে কলিতাৰ জিয়ৰি, সোনাই নামে এক আহম মানুহে তাইক নিছিলে। সেই পৈএক মৰিবৰ ৬ বচৰ ৭ বচৰ মান হল। পৈএক কানিয়া, ঘৈনিএকেও কানি খাইছিল। সিইতৰ পুতেক এটা, জিএক দুজনি এতিয়ালৈকে আছে। কোনো এদিন চোৰৰ বন্ধু সেই মানুহৰ ঘৰত ওলাল; তাতে সি চোৰ দেখাৰ নোঅৰাত বন্ধুৰ গৰাকিএ তাক ধৰি ফাটকত দিয়াৰলৈ উপাই কৰিলে। সেই জগৰৰ হাত সাৰিবলৈ ধন নাই বিয়া দেখি পিয়াহ খোআ জিএকে সৈতে সেই ঘৈনিএকক কোনো মচলমানৰ ঘৰত বেঁটিকৈ বেচি ধন লৈ জগৰ ভাঙ্গিলে। এবচৰ মানৰ পাচত সি মৰিল। পাচে বেঁটিকৈ কিনি লোআ

মচলমানো মৰিলত সক্ক জিএকৰ বাহিৰে সেই তিৰোতাৰ কোনো নাই কিয়া হেতুকে আৰ তাৰ ঘৰত থাকি থাকি মাগি খুজি খাই ফুৰিছিলে। মচলমানে সৈতে খোআতে তাইৰ জাত গল বুলি, তাইৰ গাঁয়াবোৰে আৰু পুতেক বৰ জিএক জোঁআয়েকে নিৰ্দয়া হৈ থাকিবলৈ ঠাই নি দি খেদিলত ঘৰে ঘৰে ফুৰি সকলো জাতি মানুহৰ হাতে জি জি বস্তু পাই তাকে খাই কেৱল নিৰাস্রুই হল। কাল ক্রমে খৰ গ্রহনিএ ধৰি দুৰ্বল হলতো কোনেও ঘৰত সোমাব নি দিলে; মচলমানে বোলে তোমৰ ঘৰত খাইচ, তোমে বোলে গৰিয়া ঘৰত খাইচিলি; তাতে কতু ৰখ্যা নে পাই সেসত জিএকে সৈতে আহি সিৱসাগৰৰ পুখুৰি পাৰত থকা পাদুৰি সাহাবৰ এটা উদঙ্গ ঘৰত সোমাই পৰি আছিল। তাতে কলিবৰ নামে সাহাবৰ লগত থকা একজন খ্রিষ্টিয়ান মানুহে তাইৰ এনে অৱস্থা দেখি মৰম লাগি খোআ বস্তু আনি আনি কিচু দিন প্রান ৰাখিলে; কিন্তু ৰোগ টান হৈ জোআত মেই মাহৰ ১১ দিন গলত পুঁঅতিয়া নিসাত মিতু্য হল। মৰাৰ পাচতো পুতিবলৈ সকলো মানুহৰ মাজত কোনেও নো চোএ; তথাপি ইশ্বৰে সৃজা সৃষ্টিৰ মাজত উত্তম প্রানি জি মানুহ, এনে প্রানিৰ মৰা স অৱহেলা কৰি পুতিনো খোআ উচিত ন হই, ইয়াকে জানি কলিবৰে আন একজন খ্রিষ্টিয়ান মানুহে সৈতে মৈদাম বান্ধি পুতি থলে।

হে প্রিয় লোক সকল, কানিৰ গুন এই দেখা। কানি আৰু ফটিকা এই দুইতকৈ প্রধান সত্রু মানুহৰ একো নাই। ধৰমকে ভ্রষ্ট কৰে, প্রানকে মাৰে, আৰু অমুল্য জিৱাত্মা নৰকৰ জন্ত্রনাত পেলাই। ॥

## সিল হৈ জোআ মঁহৰ কথা।

Petrified Buffalo.

প্রাই দহ বচৰ হল আমেৰিকা দিপৰ পচিম কালে কালিফৰ্নিয়া সমুদ্রত পৰা বিয়গ্রাণ্ড নামে এখান নদিৰ ওচৰত শ্রীজুত কাপ্তান বেণ্ট সাহাবে লগৰ মানুহে সৈতে বিবৰ নামে এবিধ উদ ধৰিবলৈ ফাঁন্দ পাতি থাকোঁতে পুৰ্ব্বে সিল হৈ জোআ এটা মঁহ পালে। সেই নদিৰ পানিৰ এনে গুন আচে, জি কোনো বস্তু বা জন্তু তাত পৰে, সি ক্রমে ক্রমে সিল হৈ জাই। ভালেমান জন্তু আৰু গচ সিল হৈ গৈ তাৰ দুয়ো পাৰত বাসি হৈ পৰি আচে। সেই সিল হৈ জোআ মহক জিবিলাকে আপোন চকুৰে চাইচে সিবিলাকে এই সাখি দিচে, জে সেই মহ জিয়াই থাকোঁতে দেখিবলৈ জেনে আচিলে, সিল হৈ জোআতো তেনে দেখা গল; তাৰ গাৰ একো হানি হোআ নাই, তাৰ পেটৰ কোনত এখুলৈ মান বহল এটা সক গাঁত মাখোন হৈ আছিল। কপাল, ফান্দ আৰু নেগুৰ এই বিলাকত নোম সিল গলেও তাৰ চিন ওলাই আচে; সিঙ্গ, চকু, নাক, মুখ আৰু ভৰি তেনেই আচে। জি দেসত সেই অদ্ভুত বস্তু পোআ গল সেই দেসত জি জি লোক আচে, সিইঁতে অতি অসভ্য আৰু সিইঁতে পোক সাপ আৰু বেঙ্গ আদি আহাৰ কৰে। ৰ.

## তেজ জোআ সিৰৰ বিবৰন।

Circulation of the Blood.

জেনেকৈ লণ্ডন মহা নগৰত সকলো ঘৰত জল দিবলৈ নানা ঠাইত নানা নলা পাতি থৈচে, তেনেকৈ সকলো সৰিলত তেজ বৰলৈ সৰিলৰ নানা ঠাইতে নানা ৰক্তসিৰ আচে। সেই নগৰৰ চাৰিও ফালে জল বোআবলৈ নদিৰ ভিতৰত এটা দমকল সাজি থৈচে, আৰু সেই দমকলৰ পৰা নানা বৰ বৰ নলা সাজি থৈচে, আৰু সেই নলাবোৰ চাৰিও কালে জাই, আৰু সেই বিহত বিহত নলাৰ পৰা সৰু সৰু ভালেমান নলা ওলাই সকলো বাটলৈ গৈচে, আৰু তাৰ পৰা তাতকৈও সৰু সৰু নানা নলা ওলাই আটাই ঘৰলৈ গৈচে। এই দৰে আমাৰ সৰিলতো আচে। নলাৰ দৰে ৰক্তসিৰ দোআৰাই সৰিলৰ সকলো ঠাইতে তেজ বৈ থাকে। লণ্ডন নগৰত থকা মানুহবিলাকে সেই জল পাই জি কামলৈ লাগে তাৰে সেই কাম কৰি থাকে; কিন্তু জি তেজ অনুকৰনৰ পৰা ওলাই সিৰৰ দোআৰাই অঙ্গৰ অঙ্গলৈকে গমন কৰে তাক আকও সৰিলৰ ভিতৰলৈ নৈ জাই, সেই দৰে ন হলে সৰিলৰ একো স্বস্থ হব নোআৰে। ৰ.




ভূগোলৰ উত্তৰ ফালৰ দেসবিলাকৰ নকচা।

## প্ৰিথিবিৰ উত্তৰ ফালৰ বিৱৰন।

The Northern Hemisphere.

এপ্ৰেল মাহৰ অৰুণোদইত ভুগোলৰ পুব পচিম এই দুই ফালৰ নকচা লিখা আছিল। আৰু এতিয়া ভাল ৰূপে বুজাবৰ নিমিত্তে উত্তৰ কেন্দ্ৰৰ চাৰিও ফালে থকা দেসবোৰ আন প্ৰকাৰ নকচাৰে ওপৰে লিখিচোঁ। উত্তৰ কেন্দ্ৰৰ ওপৰত থাকি কোনো লোকে চাৰিও পোনে চাব পাৰিলে ভুগোলৰ উত্তৰ ফাল জেনেকৈ দেখা জাই সেই দৰে লিখা হৈছে। নকচাৰ সোঁ ফালে ভাৰতবৰ্স, বাঁও ফালে উত্তৰ আমেৰিকা আছে; এই দুইবো মাজত হিন্দু মতে জাক মেৰু বোলে, সেই উত্তৰ কেন্দ্ৰ থাকে, তাৰ চাৰিও ফালে উত্তৰ হিম সাগৰ মেৰাই আছে। উত্তৰ কেন্দ্ৰৰ পৰা জেই ফালেই হই, তাক দখিন বুজিবা। সেই উত্তৰ কেন্দ্ৰৰ পৰা দখিনলৈ জোআ থিয় ৰেখা ২৪ চৌবিচটা আছে; প্ৰথমটে ইংলণ্ড আৰু ফ্ৰাঞ্চে দি জাই। তাৰ পৰা পুবলৈ ১৫ ডিগ্ৰি গৈ দুতিয় ৰেখা পাই, সেই ৰেখাই নৰৱেই, প্ৰুচিয়া, অস্ত্ৰিয়া, আৰু ইটালি দেসৰ মাজে দি জাই। ৩০ ডিগ্ৰিৰ ৰেখাৰ ওচৰত পিতৰ্জবৰ্গ নামে ৰুচিয়া দেসৰ ৰাজ নগৰ থাকে। সেই নগৰত বেলি ওলোআ ইংলণ্ডতকৈ দুই ঘৰিৰ আগ। ৪৫ ডিগ্ৰিৰ ৰেখাই আৰৱ দেসৰ মাজে দি জাই। আৰৱ আৰু পাৰ্চি দেসৰ পুব ফালে ৬০ ডিগ্ৰিৰ ৰেখা পৰিছে। ৭৫ ডিগ্ৰিৰ ৰেখা হিমালই পৰ্বতৰ মাজত পৰি গৈ হিন্দুস্থানৰ পচিম ফালে দি জাই। তাৰ পৰা জি ৰেখা লণ্ডনৰ পুবে ৯০ ডিগ্ৰি অৰ্থাত ৬ ঘৰিৰ আঁতৰত হৈছে, সেই ৰেখাৰ দুই ফালে গঙ্গা আৰু ব্ৰুহ্মপুত্ৰ সাগৰত পৰেগৈ; সেই ঠাইৰ ওচৰত এই দেসৰ ৰাজ নগৰ কলিকতা আছে। এই ক্ৰমে ১৫। ১৫ ডিগ্ৰিৰ আঁতৰত ৰেখা সকলোবোৰ লিখা আছে। লণ্ডনৰ পচিম ফালেও ১৫, ৩০, ৪৫, ৬০ আদি কৰি ১৮০ ডিগ্ৰিলৈকে থিয় ৰেখাবোৰ লিখা আছে। লণ্ডনৰ পচিমে ৯০ ডিগ্ৰিৰ ৰেখাত আমেৰিকা দেসৰ মিচিচিপি বৰ নৈ জি খিনিত সাগৰত পৰে, সেই খিনিত নুঅৰ্লিঞ্চ নামে এখান নগৰ আছে।

আৰু পথালিকৈ জি ৰেখা প্ৰিথিবিকে মেৰাই, সেইবোৰকো ১৫। ১৫ ডিগ্ৰিৰ আঁতৰত লিখে। প্ৰিথিবিৰ প্ৰধান মাজ ৰেখাৰ পৰা ১৫ ডিগ্ৰিৰ উত্তৰে জি ৰেখা গৈছে, তাক হিন্দুস্থানৰ দখিন ফালে লঙ্কাৰ উত্তৰে জোআ দেখিবা। হিন্দুস্থানৰ উত্তৰ ফালে জোআ ৩০ ডিগ্ৰিৰ পথালি ৰেখাই খেহ্ দেস আৰু পাচিফিক সাগৰৰ মাজে দি গৈছে; পাচে সি ফাললৈ গৈ আমেৰিকা দেসৰ মিচিচিপি বৰ নদিৰ মুখে দি আটলান্তিক সাগৰত পৰিছে। আৰু হিমালই পৰ্বতৰ উত্তৰ ফালে জোআ ৪৫ ডিগ্ৰিৰ পথালি ৰেখা ইউৰপ, আচিয়া, পাচিফিক সাগৰ, আমেৰিকা, আৰু আটলান্তিক সাগৰ, এই সকলবো মাজে দি গৈ মেৰাই আছে। তাৰ উত্তৰে ৬০ আৰু ৭৫ ডিগ্ৰিৰ ৰেখা দুটা প্ৰিথিবিৰ উত্তৰ ঠাইত মেৰাই জোআ দেখি।

আচিয়াৰ ভিতৰত হিমালই, আলটাই, উৰাল, এই তিনি সাৰি ওখ তাঙৰ পৰ্বত আছে। আসামৰ উত্তৰে হিমালই থাকে; হিমালইৰ উত্তৰে তাতাৰ আৰু ৰুচিয়া দেস; ৰুচিয়াৰ উত্তৰে হিম সাগৰ।

## ইগনেতিয় নামে এজন খ্ৰিষ্টিয়ান মাৰ্তৰৰ কথা।

Martyrdom of Ignatius.

ত্ৰাজন নামে এক ৰুমিয়া ৰজাৰ দিনত আন্তিয়খিয়া নগৰৰ ইগনেতিয় নামেৰে এজন খ্ৰিষ্টিয়ান মণ্ডলিৰ ৰখ্যক আছিল। তেঁও খ্ৰিষ্টৰ পাঁচনিবিলাকৰ সিস্য হৈ সিবিলাকৰ দোআৰাই মণ্ডলিৰ ৰখ্যককৈ নিজোজন কৰা হল। পাচে আন্তিয়খিয়া নগৰত চলিচ বচৰ মান থাকি অতি প্ৰেম ভক্তিৰে সুভ বাৰ্ত্তা কিৰ্ত্তন কৰি সিস্য সকলক ধৰমত থিৰ কৰিলে; কিন্তু নিৰ্ভই ৰূপে খ্ৰিষ্টৰ কথা প্ৰচাৰ কৰাত সেই নগৰত থকা দেও পুজকবিলাকে তেঁওক ঘিন কৰিলে।

খ্ৰিষ্ট অৱতাৰৰ সক ১০৭ বচৰ হলত ত্ৰাজন ৰজাই পাথি লোকে সৈতে ৰন কৰিবলৈ গৈ আন্তিয়খিয়া নগৰ পালত সেই ৰজা খ্ৰিষ্টিয়ান লোকক অতি ঘিন কৰা হেন জানি, ইগনেতিয়ৰ সত্ৰু সকলে তেঁওক মাৰিবৰ আসয়েৰে ৰজাৰ আগলৈ গৈ ইগনেতিয়ৰ বিৰোধে অনেক অপবাদৰ

কথা কৈ, সেই জনক দণ্ড কৰিলে খ্রিষ্টিয়ান ধৰম এই ঠাইত নিবাৰণ কৰিব পাৰে, এই নিবেদন কৰিলে। পাচে ৰজাই ইগনেতিয়ক মতাই আনি সোধ পোচ কৰাত তেঁও মৰনলৈ ভই ন'কৰি অতি সাহেৰে খ্রিষ্টৰ কথাত সৈ কাহিলে, ইয়াকে দেখি ৰজাই বিতুষ্ট হৈ অপবাদ দিয়াবিলাকৰ কথা সুনি, ইগনেতিয়ক ৰোম নগৰলৈ নি ৰজ ঘৰৰ ভিতৰত সিংহ আদি বন পহুৰ আগত পেলাই দিবলৈ দণ্ডৰ আগ্যা কৰিলে।

পাচে ইগনেতিয় ৰোম নগৰলৈ জাবৰ নিমিত্তে নাৱত উঠি বাটত জাঁওতে জি জি ঠাইত নাও চপাই ৰখাইছিল, সেই সেই ঠাইৰ মণ্ডলি লোকে সৈতে দেখা দেখি হৈ অনেক উপদেসেৰে সকলোকে বিশ্বাসত থিৰ কৰিলে। সেই মণ্ডলিলৈ আৰু আন্তিয়খিয়াত থকা আপোনাৰ মণ্ডলিলৈ তেঁও জি পত্রবিলাক লিখিলে, সেইবিলাকৰ মাজৰ সাতোটা পত্র এতিয়ালৈকে ৰাখি আছে। জি পত্র ৰুমিয়া মণ্ডলিলৈ পঠাইছিল, তাত এই কথা লিখা আছে, চুৰিয়া দেসৰ পৰা ৰোম নগৰলৈ জাঁওতে গোটেই বাটত বন পহুৰে সৈতে জুধ কৰিচোঁ; দহোটা বাঘৰ মাজত (অর্থাত চিপাহিৰ মাজত) সিকলিৰে ৰন্ধা হৈ আচোঁ, আৰু সিবিলাকক জিমানে হিত কৰোঁ, সেইমানে সিবিলাকৰ হিংসা বাঢ়ি বাঢ়ি গৈচে। কিন্তু জুইত বা সিংহৰ মাজত মোক পেলাওক, বা পেৰেকনিত তুলি মাৰক, বা মোৰ সৰিলৰ অঙ্গ টনাই ভুধৰি ভুধৰিকৈ চিন্দক; তেও জিচু খ্রিষ্টত আনন্দ মাথোন পাওঁ জদি, এই সকল কি দুখ হব?

ইগনেতিয় ৰোম নগৰৰ ওচৰ পালত তাত থকা কেতবোৰ খ্রিষ্টিয়ান ভাইবিলাকে তেঁওক আগ বঢ়াবলৈ আহি সোক আৰু আনন্দ হৈ তেঁওক গ্রহন কৰিলে। কিন্তু জেতিয়া সিবিলাকৰ মাজত কোনোএ বুলিলে, উপাই কিচু কৰিলে তোমাৰ প্রান ৰখ্যা হব পাৰে, তেতিয়া তেঁও সেই কথাত বেজাৰ পাই কলে, মই জি স্বৰ্গিয় মুকুট পাবলৈ ইচা মনেৰে অতি আসা কৰি আছিচোঁ, তাক জেন অলপ দিনতে নে পাওঁ এনে কোনো বাধা ন কৰিবা, তোমোলাকত মিনতি কৰিচোঁ। তেঁওৰ এই কথা সুনি সিবিলাকে মান্তি হল। পাচে তেঁওৰ সত্রুবিলাকে প্রান মাৰিবলৈ কিচু দিন পলম কৰি থাকোঁতে তেঁও মণ্ডলিবিলাকৰ কুসল মঙ্গলৰ নিমিত্তে প্রার্থনা কৰি কাল নিয়াই আচিলে। পাচে খ্রিষ্টিয়ান ধৰম লবলৈ সকলো মানুহে জেন ভই পাই, এই নিমিত্তে জি কোনো উচও দিনত ৰুমিয়া লোক সমূহ ৰজ ঘৰত আহি গোট খোআত তামোচাৰ কাৰনে কইদি মানুহে পৰস্পৰে আৰু বন পহুৰে সৈতে জুধ কৰে, এনে উচও দিনত ইগনেতিয়ক মিত্যু দণ্ড কৰিবলৈ থিৰ কৰি থলে। সেই দিনত তেঁওক ৰজ ঘৰলৈ আনি মাজত থৈ কেতবোৰ সিংহ মুকলি কৰিলত সিংহে



একে বেলিএ লাফ দি উঠি তেঁওৰ ওপৰত পৰি মাৰি খালে; তোখৰ চাৰেক হাৰ মাথোন অৱসেস থাকিল। তেঁওৰ লগত অহা আন্তিয়খিয়াৰ মণ্ডলিৰ জি দুজন সেৱক, সিবিলাকে সেই হাৰ চপাই আন্তিয়খিয়ালৈ নি তাতে মৈদাম বান্ধি পুতি থলে। ॥

---

### ভক্তি লোকৰ অনন্ত সুখ।

দুখে সুখে প্রিথিবিতে
  কৰিবা আনন্দ গিয়ান,
প্রভু অহাৰ দিন চাপিচে,
  তেতিয়া পাই পবিত্র থান,
পাপ অৰুচি, ক্রন্দন গুচি,
  সদাই হব স্তুতি গান।

আমি তাত জি সুখ ভোগ কৰিম
  সি অনন্ত কালে ৰই,
কোটি কোটি কল্প গলে
  একো নাই সেই কালৰ থ্যাই,
আদিত জিমান তেতিয়া তিমান
  সুখৰ বচৰ আগত হই।

# অৰুনোদই সম্বাদ পত্ৰ।

পৃথম চোঙা। মো° সিৱসাগৰ, জুন ১৮৪৬ খ্ৰিষ্ট অঃ সঁক। নম্বৰ ৬।

VOL. I. SIBSAGOR, ASAM, JUNE, 1846. NO. 6.



## অনেক দেসৰ সম্বাদ।

General Intelligence.

দখিন পটিয়া শ্ৰী সুকদেও ডেকা গোসাঁইৰ আপোন ককায়েকে সত্ৰত অধিকাৰ তেঁৱে লৈতে বিৰোধ হৈ সেই সুকদেও ডেকা গোসাঁই দখিন পাটৰ সত্ৰ এৰি ১৯ এপ্ৰেল তাৰিখে ভকত দুটা-মানে লৈতে আওনিআটি সত্ৰ সোমাল।

দখিন পটিয়া গোসাঁইৰ সত্ৰ বুহ্মপুত্ৰ নৈএ খহাই নিলে দেখি ভাটি কালে থাগৰি জান জিলাৰ কিচু উজনি কলিয়াবৰৰ সিল ঘাটৰ ওচৰত সত্ৰ স্থাপন কৰি থাকিবলৈ, তালৈকে জাবলৈ উপাই কৰিচে।

সিৱসাগৰৰ জিলাত মেই মাহৰ ২৫ তাৰিখে সোম বাৰৰ দিনা ৰাতি ৯ বজাৰ সময়ত পল্টন বজাৰৰ এটা মুদিৰ ঘৰত কোনোবা চোৰে আহি গৰু গোহালি আৰু মানুহ থকা ঘৰৰ দুইবো মাজে মুধৰ পোনে জুইৰ আঙঠা সুমাই থৈ গল। পাচে কিচুমান বেলিৰ মূৰত জুই লাগি সেই সাৰি ঘৰ পুৰি অনেক বস্তু হানি হল। তাৰে ওচৰতে কমেষ্টৰিৰ গুদাম আচিল, পাচে কুকুহা উৰি পৰে বুলি গুদাম ঘৰৰ ওপৰত কলা পাত আৰু ডাঙৰ কাপৰ পানিৰে তিয়াই পাৰি দিচিলে, আৰু সেই সময়ত বতাহ নাই কিয়া হেতুকে ৰখ্যা পৰিল।

আৰুও সেই জিলাতে জুন মাহৰ ১২ তাৰিখে আন্দাজ ৰাতি দুই তিনি বজাৰ সময়ত কোনো সত্ৰুএ আহি কেঁয়া পটিৰ শ্ৰী নন্দৰাম কেঁয়াৰ গোলাত জুই লগাই দিলে। তাতে সেই জুই ৰৰকৈ উঠাৰ কাৰন অনেক লোকে অতিসই স্ৰম কৰাতো জুমাব নোআৰিলত চাৰি খন গোলা পুৰি অনেক বস্তু লোকচন হল। কিন্তু নন্দৰামৰ গোলাৰ ভিতৰত জি এটা বস্তু থোআ মাটিৰ কোঠা আচিল, তাৰ ভিতৰতে জি জি বস্তু থৈচিল সেয়ে মাথোন নো পোৰাকৈ থাকিল; আৰু বাহিৰত জি অলপিয়া বস্তু থোআ এটা গুদাম আৰু এটা ৰান্ধনি ঘৰো আচিল, তাকো জুয়ে নু পুৰিলে। আৰু ৰাতি মানুহ সুই থাকোঁতে সাৰ নো পোআকৈ জদি কোনোএ জুই লগাই দিএ আৰু নৰিয়া বা থোৰা মানুহ থাকে, নাইবা কোনো সময়ত আন মানুহেই সাৰ নে পাই, তেন্তে সেই মানুহ নু পুৰিব, এনে কথা কোনোবাই কব পাৰে নে? জদি পোৰে তেন্তে সেইটো মানুহ বধি হল, তাৰ দণ্ড ইশ্বৰে দিব। কিন্তু জিবিলাক সত্ৰু ভাৱে এনে কৰম কৰিলে সিবিলাকক পৰম ইশ্বৰে নিৰপৰাধিকৈ নি লিখিব, সিবিলাকে মানুহৰ আগত কেতিয়াবা কেতিয়াবা লুকাব পাৰে, তেও জি জন সকলোৰে অন্তৰ্জামি ইশ্বৰ, তেঁওৰ দ্ৰিষ্টিত লুকাব নোআৰে।

বম্বেই কাচল্ নামেৰে এখন জাহাজ কলিকতাৰ পৰা বম্বেইলৈ জাওতে হুগ্লি নৈৰ মুখৰ পৰা অলপ দুৰ পানত কোনোবা প্ৰকাৰে জুই লাগিল। সেই জুই নুমাবলৈ উপাই কৰি নুমাব নোআৰিলে, তেতিয়া জাহাজৰ ওপৰত তুলি নিয়া নাওবোৰ পানিত নমাই থলে, আৰু জিমান মানুহ সেই সক নাৱত উঠিল, সেইবোৰ মানুহ ৰখ্যা পৰিল; কেতবোৰ মানুহে জাহাজৰ কাঠ পেৰা পানিত পেলাই, তাতে ধৰি আন জাহাজ, নতুবা গৰা পাৰৰ মনেৰে উটি গল। পাচে সক নাৱত



উঠাবিলাকে উটি জোআবোৰৰ একো বতৰা নে পাই পানিতে মৰিল বুলি সংসই কৰিচে। এই কথাৰ ওপৰতো এখন জুই লগা জাহাজৰ নকচা আচে।

আমেৰিকা দেসৰ ফ্ৰানচিচ্ নামেৰে, সাগৰৰ বৰ মাচ মৰা জাহাজ এখনো মৰিচ মাজুলিৰ ওচৰতে পুৰিলে।

সেই মৰিচ মাজুলিৰ ওচৰৰ সাগৰত বৰ বতাহ হোআত অনেক খন জাহাজে দুখ পালে। এক জাহাজত অনেক মানুহ ভৰা হোআ হেতুকে, জাহাজ চলোআ মানুহবিলাকে লৰা লৰিকৈ জাহাজ ভালকৈ ৰাখিব নোআৰাত, সেই উঠি জোআ মানুহবিলাকক জাহাজৰ তল খোটালিলৈ সুমুআই নি বাকনি দুআৰ বন্ধ কৰি গজাল মাৰি থলে; তাতে ভালকৈ উসাস নো পোআ হেতুকে ১২ বাৰে জন মানুহ মৰিল, আৰু ৯২ বিৰাটৈন জনে অতিসই বৰ দুখ পালে দেখি ভাল হবৰ নিমিত্তে হচ্পিতাল্ অৰ্থাত নৰিয়া চোআ ঘৰলৈ নিলে।

আট্লান্টিক সাগৰত থকা চেন্ত হেলিনা নামেৰে এক মাজুলিৰ উচৰত বৰ ঢৌ হোআত ১২ বাৰে খন মান জাহাজ ঢৌএ একালি গৰাত পেলাই ভাঙ্গিলে। মানুহ দুজন মাথোন মৰিল।

পঞ্জাবৰ ৰনত কম্পানিৰ সেনাপতিএ আৰু সেনাবিলাকে জই কৰাৰ কথা বতৰা জেতিয়া ইংলণ্ড দেসত সুনিলে, তেতিয়া দেস গোটেই খনতে অতি আনন্দিত হৈ জইধনি কৰি বৰ টোপ মাৰিলে, আৰু মহা ৰাজ সভাত সকল লৰ্ড সাহাবে আৰু ৰাজ মেলুআইবিলাকে সন্তোস পাই, শ্ৰীজুত গবৰনৰ জেনেৰল সাহাবক আৰু প্ৰধান সেনাপতিক আৰু চেৰ হেনৰি স্মিথ সাহাবক আৰু সেনাপতি সকলক আৰু আন ৰনুআবিলাকক প্ৰসংসা কৰিলে।

পঞ্জাবি লোকে সৈতে জুধ কৰা কম্পানিৰ সেনাপতি আৰু সেনাবিলাকে ৰনত জই হোআৰ নিমিত্তে শ্ৰীজুত কম্পানি বাহাদুৰে বৰ আনন্দ হৈ দৰমহাত বাহিৰকৈ ১২ বাৰে মাহলৈ ভৰ্তা দিবলৈ আগ্যা কৰিলে। সেই বাৰে মাহৰ ভৰ্তা ৭০,০০,০০০ সতৰি লাখ টকা খৰচ হব।

নুজিলণ্ড দেসৰ মানুহবিলাকে ইংৰাজি লোকে সৈতে অনেক দিন ৰন কৰিচিল, কিন্তু সেই ৰন কৰা ঠাই অতি দুৰ্গম, তথাপি ইংৰাজিএ জই কৰিলে। এতিয়া নুজিলণ্ড দেসৰ মানুহবিলাকে আহি, ইংৰাজি মানুহত সৰনাগত হৈ মিল হল।

এলাহাবাদ নগৰৰ পৰা দিল্লি নগৰলৈ এক ৰেলৰদ অৰ্থাত কল ৰথ জোআ আলি পাতিবলৈ অনেক লোকে গোট খাই এক কম্পানি হৈ আলচ কৰি কথা বান্ধিলে। আৰু ৪,০০,০০,০০০ চাৰি কোটি টকা জমা কৰিবলৈ হিচা কৰি ভাগ কৰিচে, আৰু সেই দুই নগৰৰ মাজত ৪০০ চাৰি স মাইল দুৰ হই, তেন্তে এক মাইলত এক লাখ টকা খৰচ হব।

লণ্ডনত বৰ ৰেলৰদ কৰিবলৈ এক কম্পানি গোট খাইচে, তাতে সেই লোকে হিচাকৈ ভাগ কৰি বাটি ললে, কিন্তু অনেক মানুহ হোআ হেতুকে ভাগ নাটিলে দেখি, জি জি লোকে হিচা মতে ২০ ভাগ লবলৈ ইচা কৰিচিলে সি সি লোকে ১০ দহ ভাগৰ দৰেহে পালে।

সেই মাহৰ ২০ তাৰিখে লুধিয়ানা নগৰত বৰ ধুমুহা হোআত, সেই নগৰত অনেক গোৰা চিপাহি থকা পকি ঘৰ ভাগি পৰিল তাতে মুনিহ তিৰোতা লৰা মুঠে ৮৪ জন মানুহ ইটা পৰি

মৰিল, আৰু ১৩৫ জন আধা মৰা হল। সেই নগৰৰ ওচৰত থকা গাঁওবোৰবো বহুত মানুহ সেই ধুমুহাতে মৰিল।

হাইদৰাবাদ নগৰত শ্ৰীজুত ৰাজা ৰামৰক্সৰ ভাত ৰন্ধা চাণ্ডমাইটো এতিয়া মৃত্যু হল, আৰু তাৰ ভাৰ্জ্যা তাই অ'পুনি সতি জানি আপোন মৰা স্বামিৰ লগত চিতাত্ উঠি দাহ হল।

এপ্ৰেল মাহৰ ২১ তাৰিখে লাহোৰ নগৰৰ এখন দুআৰত ভুকম্প চোআ গোৰা চিপাহি এটাই পৰ দি থকাত, এজাক গৰু আহি, সেই দুআৰত সোমাবলৈ ধৰাতে, সোমাব নি দি সেই চিপাহিএ ওভতাই খেদাওতে ২ দুটা গৰুৰ গাত তৰোআলৰ ঘা পৰি তেজ ওলাল। পাচে তাত থকা মুদি লোকে দেখি সুনি, সকলোএ গোট খাই আপোন আপোন দোকান বন্ধ কৰি, সেই চিপাহিএ সৈতে দন্দ হাই কৰি ভগা ইটা আনো কিবা কিবা লৈ মাটিৰ পৰা আৰু কেতবোৰে ঘৰৰ চালৰ পৰাও দলিয়া দলিকৈ মৰা মৰি কৰি থাকোঁতে, পঞ্জাব দেসত থকা শ্ৰীজুত মেজৰ লাৰেঞ্চ বৰ সাহাবে, দন্দ ভাঙ্গিবৰ আসয়েৰে অহাত, আন কোনো সাহাবতো দলি পৰিল, আৰু গোটা চেৰেক মানুহৰ গাত পৰাত দুখ পালে। পাচে শ্ৰীজুত ৰজা লাল সিংহ আৰু লাহোৰত থকা প্ৰধান লোকে শ্ৰীজুত গৱৰনৰ জেনেৰল এজেণ্ট সাহাবৰ ওচৰলৈ গৈ, এই হুৱা মুৱা আৰু ইটা দলিওআৰ কথাৰ নিমিতে সিবিলাকে বৰ অসন্তোস পাই কৈ বুজালে, আৰু সেই তেনে কৰা জন চেৰেক মানুহক ধৰি কইদত থলে। পাচে শ্ৰীজুত ৰাজা লাল সিংহৰ আগ্যাৰ দোআৰাই, ঘাই জগৰিয়া দত্ত নামেৰে এজন ব্ৰাহ্মনক ফাঁসি দিলে।

আয়ৰলণ্ড দেসত থকা মানুহবিলাকে দুৰ্ভিক্ষত পৰাৰ নিমিত্তে, বঙ্গাল আৰু হিন্দুস্থানত থকা সাহাব লোকে চান্দা কৰি ৭৭, ২৮৭ সাত্সত্তৰ হেজাৰ দুই স সাতাসি টকা পাই, সিবিলাকলৈ পঠাই দিলে।

ফ্ৰাঙ্কি দেসৰ শ্ৰীশ্ৰী লুই ফিলিপ মহা ৰজা বাটত জাওতে, লিকঁওত নামে এক দুষ্ট মানুহে হিলৈৰে গুলি মাৰিলে, কিন্তু ৰজাৰ গাত নে লাগিল। §



কেমতাই অৰ্থাত বনৰৌ পহুৰ বিবৰন।

অৰুনোদইত চাপিবলৈ গুআহাটি নগৰৰ পৰা এক চিঠি লিখিচে, "সেই মাহৰ ৩ তাৰিখত গুআহাটিত এটা অদ্ভুত বন পহু আনিচিল, তাৰ আকাৰ দেখোঁতে বিস্মই জেন লাগে, সেই পহুটোৰ নাও বনৰৌ। এনেকুআ পহু মই কেতিয়াও দেখা নাই। তাৰ গাটো ৰৌ মাচৰ বাকলিবোৰৰ দৰে, তাৰ মাজে মাজে নোম আচে, আৰু নেগুৰ গচ উদৰ নিচিনা, আৰু মুৰটো এন্দুৰৰ নিচিনা; তাৰ বুকুখন ৰগা, আৰু ভৰিও ৰগা, ভৰিৰ নখ বৰ চোকা, তাৰ ভৰিৰে দিনে এপুৰা মান মাটিৰ গাঁত খানিব পাৰে। কিন্তু তেনেকুআ পহু সকলো ঠাইতে নাই, পৰ্বতৰ মাজৰ গাঁৱত থকা মানুহে পৰ্বতে পৰ্বতে পাই, এনেকৈ হলে সিইতে নে পাই। মানুহ ন হলে সি ওলাই গা কটালি থাকে, তেনেকৈ থাকোঁতেহে পাই। আৰু সদাই তললৈ মুখ কৰি থাকে; পাঁচোটা মান মানুহে টানিলেও গাঁতৰ পৰা উলিয়াব নোআৰে। জেতিয়া মানুহ ন হই তেতিয়া মুৰ উলিয়াই ফুৰে, সেই পহুএ উঁই পোক আদি কৰি সকলো পোক পৰুআ খাই; আৰু ভাত দিলেও খাই। তাক ডিমৰুআৰ গাঁৱো মানুহে আনিলে, সিইতে তাক খাই। এতিয়া সিইতে আনি নবোআ গোসাঁইক এটকা কপালৈ বেচিলে; কিন্তু ৰাতি মাটি খানি গোসাঁই ঘৰৰ পৰা পলাই গল।" ৰ.





## কাকতি ফৰিঙ্গৰ কথা।

Locusts in 1844.

ইংৰাজি ১৮৪৪ সনৰ ২৭ জানোআৰি তাৰিখত সনি বাৰে আন্দাজ বেলি এপৰ ডেৰ পৰ উঠাৰ সময়ত, ভাটি ফালৰ পৰা কাকতি ফৰিঙ্গবোৰ আহি মোকাম সিৱসাগৰ পাই উজাই গৈচিলে। কিন্তু সেই ফৰিঙ্গবোৰ জি পোনে জাই, পকা মৌতকৈও অধিক ঘনে জাই, আকাস দেখিবলৈ নোপোআকৈ মেঘৰ নিচিনা ঢাকি জাই, আৰু বতাহৰ সদ্রিস ভোঁ ভোঁকৈ জোআ সবদ সুনিবলৈ পাই, আৰু অতিসই ওখকৈ উৰিব পাৰে; আৰু সেই ফৰিঙ্গবিলাকৰ এটাইবে একে বৰন, এফেৰিও লৰ চৰ নাই। তাৰ পাখিৰ দুই দাঁতিত কলমেৰে লিখাৰ নিচিনা কলা আঁক আচে, সেই নিমিত্তে মানুহে কাকতি ফৰিঙ্গ বুলি কই। কিন্তু জেতিয়া মাটিত পৰে তেতিয়া গোটেই খন জুৰি পৰে, আৰু অকল মাটিত ন হই, ঘৰৰ চালত আৰু গচতো পৰে, ন পৰা ঠাই নাই, আৰু সকলো বাগিচাৰ সাক, গচৰ পাত, আৰু পথাৰৰ বন আদি কৰি নিচই নঠাকৈ খালে, একো সস্য নে থাকিল; এই ৰূপে উজনি ভাটিকৈ প্রাই তিন দিন মানলৈকে আচিল, তিন দিনৰ মুৰত আৰু দেখিবলৈ নে পালোঁহক।

আৰু আগৰ কালৰ বুৰা বুৰা মানুহবিলাকৰ মুখৰ পৰা সুনিচিলোঁ, বোলে মানৰ দিনৰ পুৰ্বে এই ৰূপে কাকতি ফৰিঙ্গ উজাইচিলে, পিচে আমাৰ দেসত নানা ৰূপ দুৰ্গতি গল। মানে দেস ললে, মৰানে অসম্ ৰজাৰ দেস লুটিলে; ৰজা, বৰ গোহাই, বুৰা গোহাই, আৰু ফুকন বৰুআ আদি কৰি বিসয়াবোৰৰ বিসই বাসনা গুচি লৰবাৰ তৰবাৰ হল, আৰু দেসত বৰ মাউৰ আৰু মহা আঁকাল হৈচিল, এই দৰে দুৰ্গতি হোআতে কেতবোৰ মানুহ খাবলৈ নে পাই অতি দুখেৰে মৰিল।

সেই কালৰ কথাকে গুনি অনেক মানুহে কৈচিলে বোলে, সেই ৰূপে এতিয়াও কোনো আপদ হব, কোনো ৰজা বিসয়াবিলাকৰ ভঙ্গা পতা, ৰন বিগ্রহ নতুবা দেসত মাউৰ নাইবা মহা আঁকাল হব, এই দৰে কোনো বিপত্তি অৱস্যেই হব; এই নিমিত্তে আপদৰ চিন দেখাবলৈ পুৰ্বৰ মতেৰে কাকতি ফৰিঙ্গ ওলাইচে, এই কথাকে অনেক মানুহে দ্রিঢ ৰূপে কৈ কৈ আচিলে দেখি, সেই কথাকে মোৰ কিতাপত লিখি থৈচিলোঁ, কি জানি মানুহবোৰে কোআ কথা চকপ হইবা; এতিয়া প্রাই দুই বচৰ হল, কিন্তু আমাৰ দেসত একো আপদ ইস্বৰে দিয়া নাই, ইস্বৰৰ অনুগ্রহতে লাহে লাহে আমাৰ দেস সুখিহে হৈচে; কিয়নো এই কথা নগৰত থকা আৰু গাঁৱত থকা সকলো মানুহবিলাকে জানিব পাৰে, আগৰ কালত কিমান সুখ আচিলে, আৰু এতিয়া শ্রীজুত কম্পানি বাহাদুৰৰ দিনত কিমান সুখ হৈচে, অধিক প্রমান দিব নে লাগে; তথাপি তাহানিৰ কালত এজন মানুহে তিন টকা ৰূপতে ৰজা ঘৰত এবচৰলৈ তাৰ চাউল লোন খাই খাটিব লাগে, তেহে তাৰ বচেৰেকত খাটনি ধনৰ পাল সুটে; কিন্তু এতিয়া মাহেকত কুলিএ বন কৰি তিন টকা চাই টকাকৈ পাইচে, আৰু তাতোকৈ অনেক লাভ এতিয়া আচে, মানুহে আপুনি আপুনি জানিব পাৰে; আৰু আসা কৰিচোঁ জদি কম্পানি বাহাদুৰৰ দিন সদাই থাকে তেন্তে দেস সুখি হব।

তেনে হলে হেৰা এই দেসি বা আন দেসি মানুহবিলাক, মানৰ দিনত কাকতি ফৰিঙ্গ ওলাইচিলে দেখি ইমান বিভ্রাট হৈচিলে, আমি এনে কথা কব নোআৰোঁ, কিয়নো এতিয়াৰ দিনত জি কাকতি ফৰিঙ্গ ওলাইচিলে আৰু মানুহবিলাকেও সেই দৰে কৈচিলে, কিন্তু তাৰ একো প্রমান ন হল। আৰু জগতৰ লোকে জেনেকৈ এতিয়াও কোনো কথাৰ কাৰনে মঙ্গল চাই কই বোলে, এনেকুআ হব নাই বা তেনেকুআ ন হই, এই কথাকৈ কৈ থাকে, তেন্তে আমি তাকো প্রমান কথা বুলিব নোআৰোঁ, কিয়নো জি খেনত জি হব তাক মানুহে জানিব নোআৰে, কেৱল অন্তৰ্জামি পৰম ইস্বৰেহে জানে। দ.



## ফটিকাৰ বিবৰন।

**Evils of Ardent Spirits.**

সংসাৰ জুৰিয়া প্ৰানি আচে জত জত,
একে বাৰে প্ৰনাম কৰোঁ সবাৰ চৰনত,
মই অতি অল্প মতি ন ধৰিবা দোস,
জদি অপৰাধ হই খেমা দিবা মোক।
কিচু কথা কওঁ মই অতি বিতোপন,
কান পাতি সুনিবাহা আৰু দিবা মন;
দেসৰ দুৰ্গতি ভাই সকল আচা দেখি,
ফটিকাৰ কথা কিচু কওঁ পত্ৰ লিখি।

হে ভাই সকল, এই দেসত বা আন আন দেসত থকা ব্ৰাহ্মন, কায়স্থ, চেত্ৰি, খেত্ৰি, হিন্দু, আৰু মচলমান, সকলো চৌত্ৰিচ জাতি লোকে মন দি সুনা। প্ৰথম নম্বৰ অৰুনোদইত জি কানিভাঙ্গ আৰু ফটিকাৰ কথা লিখা হৈগেচিল, তাত বাহিৰে এতিয়া কিচুমান অকল ফটিকাৰ কথা কওঁ।

বাৰাণ্ডি, আৰু ৰম, এই ৰূপে অনেক বিধ ফটিকা আচে; কিন্তু মই সকলো বিধ ফটিকাৰ নাম ন জনা হেতুকে অতি সংখেপকৈ লিখিব নোআৰোঁ; তথাপি এই দুই বিধ ফটিকাৰ গুন সুনিচোঁ আৰু দেখিচোঁ। সাধু মহন্ত আদি কৰি ভদ্ৰলোক সকলোএ কই আৰু সাস্ত্ৰতো লিখে, জি সকল বাগি ধৰা বস্তু খালে পৰম ইস্বৰে দিয়া মানুহৰ গিয়ান নষ্ট হই, তাক খাব নে পাই, আৰু ইয়াক ন জনা মানুহ নাই; সকৰ পৰা বৰনৈকে প্ৰায় সকলোএ জানে; কিন্তু এতিয়া কোনো কোনো ঠাইৰ পৰা আমাৰ অসম দেসৰ বদ নাম আহিচে আৰু কৈচে বোলে, অসমৰ ভিতৰতো কোনো কোনোএ খাই, এই কথা সুনি মই আচৰিত মানিচোঁ! কিয়নো আগৰ কালত কোনো কোনো বুঢ়াবিলাকৰ মুখত সুনিচোঁ বোলে, মিৰি মিচিমি আকা ডফলা, আৰু কচাৰি দেওধাই এইবিলাকৰ জাত সাস্ত্ৰ নাই আৰু একো বিদ্যা নাই, এনে ধৰম ন জনা দাঁতিঅলিয়া অগিয়ানিবোৰে হে তাহানিৰ কালত ভাতৰ মদ কৰি খাই; কিন্তু আমাৰ অসম দেসৰ ভিতৰত এনে বেৱহাৰ কেতিয়াও নাই কিচিল, এতিয়া সুনিচোঁ ভাল মন্দ অনেক মানুহে খাই; আৰু খাবলৈ সিকা মানুহ নিতৌ নিতৌ বাঢ়িহে গৈচে।

হে প্ৰিয় দেসি বিদেসি লোক সকল, তোমোলাকে আমাৰ অসম দেস নিচইকৈ নষ্ট নিয়াৰ খুইচা নে? এই দেসৰ লোকে কানি খাই খাই নিচই নিৰ্বলি নিৰ্বুধি আৰু নিধনি হৈ দুখিয়া হল, আৰু সেই কানিৰ দোসত্তে থাকি অধৰম ৰূপে অলপ আয়ুস হৈ, মানুহবোৰ অতি ৰোগে ধৰি মৰি মৰি গৈ আচে, কিন্তু এইবোৰ বিপতিএ তোমোলাকক জোৰা নাই নে? তাত বাহিৰে এতিয়া আকও ফটিকা খাই আমাৰ দেসক তল নিয়াৰ খুইচা নে? নাইবা সেই মিৰি মিচিমিহঁতৰ নিচিনা অগিয়ানি হবৰ মন কৰিচাইক, আপোনাৰ দেসলৈ একেবিও মৰম নাই নে? সেই ফটিকা খাই তোমোলাকৰ কিবা লাভ হৈচে নে? আমি দেখাত একো লাভ নাই, আৰু সকলো ভাল মন্দ মানুহৰ আগত অতিসই লাজহে পাই; কিয়নো কেতবোৰক দেখিচোঁ, ফটিকা খাই নিচই বলিয়া হৈ সৰিলত তত্ নাই কিয়াকৈ হাটে বাটে আলি খাঐত মুখে বুৰবুৰনি কাঢ়ি পৰি থাকে। এই ৰূপে ভাল মন্দ সকলো মানুহে জদি খাই, সেই একে গতি, একে লাজ, তাক খালে একেবিও মৰ্জদা নাই, আৰু অমৰ্জতালি হৈ, সকলোৰে আগত নিন্দিতহে হই।

এই ৰূপে হে ভাইবিলাক, সেই ফটিকাকে কেতবোৰে দেখাই, আৰু কেতবোৰে মানুহক নে দেখাকৈ লুকাই খাই, আপোনাৰ সৰিলত কিয়

ইমান দুখ দিচা? জাক খালে একো লাভ নাই, আৰু সৰিলত থকা গিয়ান ৰূপ নিধি নষ্ট হই, তেন্তে সেই অপবিত্র বস্তু খোআত আমাৰ কি কাম? এই জগতৰ মানুহৰ আগত নিন্দিত এনে ন হই আৰু পৰকালত ঈশ্বৰৰ আগতো মহা পাপি সেইবিলাকৰ কৈল্যান নাই, কিন্তু জি জনে তোমোলাকক সৃজন পালন কৰিচে, সেই জন সৰ্ব্ব সক্তিমান পৰম ঈশ্বৰলৈ ভই ন কৰা নে! সেসৰ দিনত পাপিৰ কাৰনে অনন্ত নৰক সাঁচি থৈচে, তালৈ তোমোলাকৰ একেৰিও মনত ন পৰে নে? জদি সেই সাস্তিলৈ মনত কৰি ঈশ্বৰলৈ ভই কৰা, তেন্তে ফটিকাকে আদি কৰি সকলো অপবিত্র বস্তু নে খাবা, আৰু অসুচি কৰমো ন কৰিবা, অৰ্থাত জিহতে মানুহৰ পাপ হই, এনে কৰম ন কৰি কেৱল ঈশ্বৰৰ সত্ত পথে চলা, তেহে জিয়াই থকাতো আৰু মৰনতো একো ভই নাই।

আৰু ওপৰত জি ফটিকাৰ কথা লিখা গল তাৰ কথা কেতবোৰে এনেকৈ নে ভাবিবা, আমি কেনেই মতলিয়া হম, অলপ অলপ মাখোন খাম, জি জি লোকে সৰহকৈ পিএ সিহে মতলিয়া হব, এনেকৈ মনত নু গুনিবা, কিয়নো জি বস্তুলৈ বৰ ভই থাকে তাক খাবও নে পাই চুবও নে পাই; কাৰন চুলে ঘিন গুচে, দেখিলে খাবলৈ মন জাই।

আৰু তোমোলাকে এনে নে ভাবিবা, জদি সেই ফটিকা অপবিত্র হই তেন্তে ঈশ্বৰে জগতৰ লোকলৈ কি নিমিত্তে দিলে? কিন্তু ইসব বস্তু ঈশ্বৰে দিয়া ন হই, মানুহে আপোনাৰ গিয়ানেৰেহে কৰে। বিবেচনা কৰি চালে তাৰেই ঔসধ আদি কোনো কোনো কামত উপকাৰ হই; আৰু তাৰে উপমা এই, বৰ বিহ খালে মানুহ মৰে, তথাপি দৰৱত মিহলি দি তাকো খাই; এই হেতুকে বুজি চোআইক, ৰোগ দমনৰ নিমিত্তে কেতিয়াবা কেতিয়াবা দৰৱত মিহলি কৰি ফটিকা আৰু কানি খালে একো বাধা নাই, কিন্তু এনেকৈ হলে চুবও নে পাই, কিয়নো তাক খালে গিয়ান নষ্ট হই, আৰু সৰিলত অনেক দুখ ক্লেস গৈ ঠেকত পৰি প্ৰানো জাই।

এই নিমিত্তে হে ভাইবিলাক, তোমোলাকলৈ মই এই মিনতি কৰি কঁও, সেই সকল কু বেৱহাৰ পৰিত্যাগ কৰি আপোনাৰ দেহলৈ মৰম কৰা, আৰু পৰকালৰ সকলো জন্ত্ৰনাত ন পৰিবলৈ সাৱধানে ঈশ্বৰত আস্ৰই লৈ থাকা, তেহে সকলো সিধি হব।

হে ভাই ব্ৰাহ্মন কায়স্ত আৰু নানা জাতি,
নিবেদন কৰি আচোঁ, সুনা কান পাতি,
জাতিত উত্তম ব্ৰাহ্মন, বোলই বিসেস,
এই ৰূপে জত জাতি আচই নিসেস।

সকলকো কৰোঁ একে বাৰে নমস্কাৰ,
কানি ভাঙ্গে হৈচে আমাৰ দেসৰ মহা ভাৰ,
তাকে খাই নষ্ট হল এই দেসৰ প্ৰানি,
সদাই দুখ, নাই সুখ, আৰু হল অগিয়ানি

তাতোকৈ সুনি আচোঁ অতিসই বিস্মই,
এই দেসৰ লোকে হনু ফটিকাও খাই,
হাই হাই কি সুনিলোঁ, কি ভৈলা অকাজ,
এই কথা সুনি সকলোএ পোআ লাজ।

নে খাবা নে খাবা সুৰা আৰু ভাঙ্গ কানি,
সাৱধান কৰি সবে মনক ৰাখা টানি,
অতি সত্ৰু ফটিকাক তেজি কৰা কাম,
জসস্যাতে ৰাখা দেসক গুচাই বদ নাম।

ফটিকাকে খাই সবে হৈ আচে বিচুৰ্ত্তি,
ওপৰলৈ চাই দেখা, কেঁও লোকৰ মুৰ্ত্তি,
দুই তিনি জনে খাই পৰি আচে বাটত,
এক জনে খাই আচে গিলাচ ধৰি হাতত।

এই দৰে খাই খাই চেতন নাই গাৰ,
ধৰিবলৈ আহি আচে থানাৰ চৌকিদাৰ,
অনেক অমৰ্জ্জতা কৰি লৈ জাই ধৰি,
সেসে সুমাই থই তাক ফাটকত ভৰি। দ

---





## বাঘৰ বিবৰন।

বাঘৰ জনম থান আচিয়া। য়ুৰোপ আৰু তাতাৰ দেসলৈকে বাঘ পোৱা জাই, কিন্তু হিন্দুস্থান, বঙ্গাল, মান আৰু অসম দেসবোৰত অধিক আচে। জতে হাঁতি আৰু গঁৰ থাকে, ততে বাঘো পাই। সিংহতকৈ বাঘৰ বল কিচু কম, কিন্তু আন পহুতকৈ সি বৰ হিংসক আৰু খঙ্গাল, তেও আন চাৰি ভৰিয়া জন্তুতকৈ দেখিবলৈ বৰ সুঅনি। তাৰ বৰন আঁকা বঁকা, অর্থাত একাপ হালধিয়া, একাপ কলা; তাকে অসমিয়াই ঢেকিয়া পতিয়া বাঘ বোলে। তাৰ ডিঙ্গি আৰু পেট কিচু বগা। কোনো কোনো বাঘ সিংহৰ সমান ওখ আৰু দিঘল, কোনোটো তাতকৈও কিচু ডাঙ্গৰ। ইংলণ্ড, আমেৰিকা আৰু জি আন আন দেসত বাঘ নে থাকে, পোহনিয়া বাঘ লৈ, সেই দেসবোৰত গাঁৱে গাঁৱে ৰূপ পাবৰ এসাত মানুহে দেখাই নি, জেনেকৈ সিংহক মানুহে লৈ ফুৰুআ কথা ৪ নম্বৰ অৰুনোদইত লিখা গৈচে, সেই দৰে বাঘ আৰু আন জি জি নে দেখা জন্তু লৈ ফুৰাই। বাঘে দিনত সৰহ নু ফুৰে, জেতিয়া বৰ ভোক লাগিবা পিয়াহ লাগে তেতিয়া হাবিৰ পৰা ওলাই গৈ, বিলৰ ওচৰত গৰু পহু বিচাৰি ফুৰে; কিন্তু মানুহৰ দেখিলেও চলেৰে ধৰি খাই, আৰু জদি বাঘে মানুহৰ তেজ এবেলি পিবলৈ পাই, সি এটাই পহুৰ তেজ মঙহতকৈ বৰ সোআদ জানি সদাই মানুহ বিচাৰি ফুৰে।

সিংহতকৈ বাঘৰ সাহ কম, তথাপি কোনো কোনোএ কই, বোলে, জতে বৰ জুই দেখে, নাইবা সৰহ মানুহ একে লগে থকা দেখে, তেতিয়া বাঘে খেদি নে জাই; তথাপি বৰ ভোক লাগিলে তাকো ন গনি, ৰাতি গাঁৱে গাঁৱে সোমাই ঘৰৰ-বেৰ ফালি মানুহকো নিএ; সেই নিমিত্তে কোনো কোনো গাঁৱলিয়া মানুহ বাঘৰ ভয়ত সেই গাঁও আৰু ঘৰ বাৰি এৰি, গুচি জাই।

বঙ্গাল দেসত এদিন তিনি চাৰি জন সাহাবে ১০।১২ জন বঙ্গালি মানুহ লগত লৈ, হাবিত চিকাৰ কৰিবলৈ গৈচিলে, পাচে হাবিৰ মাজত

দহ জোপা মান গছ গোটাই, বৰকৈ জুই লগাই দি, তিনি বজা সময়ত সেই চিকাৰ কৰা লোকে বহি জিৰাইছিলে। তেতিয়া মেঘৰ গাজনিৰ নিচিনা অতি সৰদেৰে গোঁজৰনি মাৰি, বৰ বাঘ এটা ওলাই গিৰিলাই জাপ মাৰি, মৰবো নামেৰে এজন সাহাবক ধৰি হাবিলৈ লৈ গল। সেই সময়তে লগৰ সাহাববোৰে বৰ বিস্মই আৰু ভই পাই, সেই বাঘলৈ চাই হিলৈৰে গুলি মাৰিলে; অলপৰ পিচত সেই বাঘে নিয়া সাহাবটো তেকেকুৰে বগা হৈ বাঘৰ মুখৰ পৰা উভতি আহিল; কিন্তু সেই বাঘে ধৰা সাহাবটৈ অতিসই দুখ পোৱা আৰু সৰহ তেজ জোৱা কাৰনে তাৰ পাচ দিনা মৰিল।

হিন্দুস্থান দেসত, খৰালি কালত, এজন সাহাবে ৰাতি পুৱা বেলিত বাটত অকলেই ফুৰোঁতে, অকস্মাত এটা ডাঙ্গৰ বাঘ হাবিৰ পৰা ওলাই জাপ মাৰি সেই সাহাবৰ কঁকালত কামুৰি ধৰি হাবিলৈ লৈ গৈছিল। সেই ৰাতি পুৱা অতিসই জাৰ দেখি, সাহাবে এক বৰ সাঠ বানাতৰ দিঘল চোলা পিন্ধিছিল, সেই নিমিত্তে বাঘৰ দাঁত সাহাবৰ গাত নু সুমাল। বাঘে নিওতে সাহাবে সেই বৰ চোলাৰ মোনাত হাত সুমাই খাৰে গুলিএ খাজি থোৱা এক সৰু হিলৈ উলিয়াই, সেই বাঘৰ কুমত দি, গুলি মাৰিলে; সেই নিমিত্তে সাহাবে দুখ নো পোৱাকৈ ৰখ্যা পৰিল।

অৰুনোদইত চাপিবলৈ গুৱাহাটি নগৰৰ পৰা এক পত্ৰ পালোঁ, সেই পত্ৰত লিখিছে, "৬ জুন তাৰিখে সেই নগৰৰ দখিন ফালে মালিবাৰি নামেৰে এখন গাৱঁত, বাঁৰি তিৰোতা এজনিএ ১২ আৰু ১৩ বছৰিয়া দুটা পুতেকে সৈতে আপোন ঘৰতে গধূলি ভাত পানি খাই, তিনিও মাক পুতেক একে লগে পাটিত উঠি সুই আছিল। পাচে নিসা বাৰে বজাৰ সমইত, বৰ নাহৰ ফুটুকি বাঘ এটাই বেৰ ভাঙ্গি, সেই ডাঙ্গৰ লৰাটৰ ডিঙ্গিত কামোৰ মাৰি, বাজলৈ নিওতে, আইঔ! খালে! এই বুলি এটাহ মাৰিলত মাকে টোপনিৰ পৰা সাৰ পাই, লৰাটো খেপিয়াই নে পালত, হিয়া ভুকুআই, বৰ কৈ কান্দিবলৈ ধৰিলত, ওচৰ চুবুৰিয়া মানুহে হাতে পতি জোৰ লৈ, বিচাৰি পথাৰত হাৰ মাথোন পালে।"

বাঘৰ বৰ বল, আৰু জেতিয়া গৰু, মহ, নাইৰ, ঘোঁৰা এইবিলাক ডাঙ্গৰ জন্তু ধৰে, সেই সময়ত সৰু পহুৰ নিচিনাকৈ অনায়াসে ভই ন কৰাকৈ অতি সিঘ্রে সেই ডাঙ্গৰ জন্তুকো লৈ জাই।

বাঘে কোনো সময়ত হাঁতিৰ আৰু গঁৰৰ পোৱালি ধৰি খাবলৈ ইচা কৰাত, তেতিয়া সেই পোৱালিৰ বাপেক মাকইতে সৈতে জুজ কৰে, কেতিয়াবা সিংহৰ লগতো জুজে। জেতিয়া এটা গৰু মাৰে, তেতিয়া সেই ঠাইতে তাৰ তেজ পি হাবিলৈ টানি নি এৰি থই, পিচে আন গৰু পহু বিচাৰি ফুৰে, জদি নে পাই উভতি আহি সেই আগেএ মৰাটৰ মঙ্গহকে খাই গৈ।

মাইকি বাঘে এবেলি তিনি চাৰি পোৱালি ওপজাই। তাইৰ পোৱালিবোৰক বৰকৈ মৰম কৰে। কেতিয়াবা সেই বাঘিনি কোনো ফালে আঁতৰি গলে, তেতিয়া কোনো মানুহে বাঘ পোৱালি দেখি পুহিবৰ নিমিত্তে চেগ চাই লৰা লৰিকৈ লৈ আহে, পিচে সেই বাঘিনিএ আপোনাৰ থকা থলিত, পোৱালি নে দেখি অতি সোকে ক্রোধিত হৈ হাবিত, পথাৰত, আৰু ৰাতি হলে গাঁৱৰ ওচৰতো বৰকৈ চিঁওৰি গুঁজৰি গুঁজৰি ফুৰে; তেতিয়া মানুহে সুনি বৰ ভই পাই।

সেই বাঘৰ চাল চিকোন সিতল, আৰু অনেক ৰবনিয়া দেখিবলৈ ভাল, হেতুকে কোনো কোনো দেসত সেই চালৰ অনেক কাৰ্জ্জৰ বস্তু সাজিব জানে, সেই নিমিত্তে বাঘ চাল বেচিলে আটাই দেসত ধন পাই।

কম্পানিৰ বঙ্গাল আৰু অসম দেসত বাঘ অতি সৰহ, মানুহ গৰু খাই, বৰ দুখ দিএ দেখি, অধিককৈ বাঘ মাৰিবৰ নিমিত্তে, সাল খনে পতি বাঘ মৰিয়া মানুহক ৫ টকা ২ কম্পানিএ দিএ। §

---

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোঙা। মো° শিৱসাগৰ, জুলাই ১৮৪৬ খ্ৰিষ্ট অঃ সঁক। নম্বৰ ৭।

VOL. I. SIBSAGOR, ASAM, JULY, 1846. NO. 7.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

জুলাই মাহৰ ৭ তাৰিখত শিৱসাগৰ জিলাত, মঙ্গল বাৰৰ দিনা বেলা ৯ বজাৰ সময়ত, দিখৌত ৰবকৈ পানি বাৰ্হোতে, তিনটা মানুহে ধৰি ধৰিবলৈ নাৱেৰে গৈ, বৰ কাঠ এডালত লেজু লগাই, দুই মানুহ বাম উঠি লেজু ধৰি বল দিচিল। তাৰে এটা মানুহ হামুখুৰি খাই লেজুৰ পৰা হাত এৰাই বামতে পৰিলত, সিটো মানুহে হাতত লেজু গচ মেৰাই মেৰাই লৈ বল দিচিল; তাতে বৰ নোআৰি লৌতত কাঠে টানি নিয়াত কালেকটৰি নাজিৰৰ মকৰৰি টেকেলা ২৫।২৬ বচৰিয়া জুআৰাম নামেৰে কলিতা মানুহটো পানিত পৰি মৰিল। কিচুমানৰ ভাটিএ দুবেলি মান ওলাইচিল; মানুহে নাৱেৰে গৈ ধৰিব নোআৰিলে।

ব্ৰহ্মপুত্ৰৰ পানি বাৰ্হি, গাঁও, ভুঁই তল জোআত, মানুহবোৰে নাৱেৰে মাথোন অহা জোআ কৰিব পাৰিচিল, এনে বিপত্তি হোআত জুলাই মাহৰ ১৬ তাৰিখে ব্ৰিহস্পতি বাৰৰ দিনা বানমুখৰ দেঁওধাই গাঁওৰ পৰা কাঠপৰাৰ বামুন গাঁওলৈ ২ দু জনি মাইকি মানুহ আৰু ৬।৭ বচৰিয়া তিনটা মতা লৰাই নৈতে নাৱেঁৰে ধান বানিবলৈ গৈচিলে; পিচে উভতি আহোঁতে, পাঁচ বজা মান বেলিত, বৰ বতাহ ৰৰধুন হোআত, মাজ বাটতে এখন বৰ জলাহৰ দ পানিত নাও বুৰি মৰিল। কিন্তু সিইতৰ মাজৰে সেই সৰু লৰা এটাক ইশ্বৰৰ অনুগ্ৰহত বতাহে আৰু ঢৌএ খুন্দি নি এজোপা নৰা গচৰ ওচৰত চপাই দিলে, পাচে সেই লৰাই নৰা গচত ধৰি ৰখ্যা পৰিল।

সেই দিনাই বানমুখ গাঁওৰে পৰা মতা মাইকি পাঁচ জন মানুহে এখন নাওত কঠাল ভৰা দি শিৱসাগৰৰ বজাৰত বেচিবলৈ ৰবকৈ আহোঁতে সেই সময়তে খাই আলিৰ কোনত নাও বুৰি কুৰি বচৰিয়া মতা এজনে আৰু মাইকি মানুহ এজনিএ মিতু হল।

শিৱসাগৰ জিলাৰ উজনিএ নাজিৰাত ১৬ জুন তাৰিখে গধুলি সন্ধ্যাৰ সময়, খোআজনা নামেৰে চেকেৰি কুলি এটা নৰিয়া পৰি আসকতিয়া হৈ থাকি দিখৌত নামি গা ধুবলৈ ধৰোঁতে নৈত পৰি উঠিব নোআৰি মিতু হল।

দোপদৰ মৌজাৰ শ্ৰী ভদিয়া নামেৰে আহোম মানুহ এজনে আপোন খুৰিয়েকত্ বেগ্যা কাম কৰাত্ তাকে তাৰ ওচৰৰ শ্ৰী ক্ৰিষ্ণ ৰাম আহোমে দেখি লোধ পোচ কৰি ভদিয়াক অনেক খিনি ধন ভৰোআ বেজাৰতে থাকি ১৮ জুন তাৰিখে বেলা দুপৰ বেলিৰ সময় ভদিয়াই ক্ৰিষ্ণ ৰামক খাম্‌তি দাৱে গোটেইটো গা্ ঘৈৰালে, সি কথমপি ন মৰাকৈ ৰখ্যা পৰিল, জিলাৰ বিচাৰ পতিএ তাকে লোধ পোচ কৰি ভদিয়া আহোমক ৮ আঠ মাহলৈ ফাটেক দিবৰ মন কৰি, দৌতালৈ লিখি পঠাইচে।

মাজুলি পাৰত কমলা বাৰি সত্ৰৰ মায়াৰাম নামেৰে ভকত এজনে, ১৮ জুন তাৰিখে আম গচত উঠি, আম পাৰোঁতে দুপৰ মান বেলিত গচৰ পৰা পৰি মৰিল।

২৪ জুন তাৰিখে বুধ বাৰৰ দিনা বালি গাঁও মৌজাৰ আ দাজ ৩৮।৩৯ বচৰিয়া ক্ৰিষ্ণচৰন নামেৰে কলিতা মানুহ এজন ৩।৪ দণ্ড মান নিশা

থকাত তামোল গচত উঠি তামোল পাৰোঁতে গচে সৈতে ভাগি পৰি ক্রিষ্ণচৰন ম্রিত্যু হল।

গুআহাটি নগৰৰ পৰা জুন মাহৰ ১৬ তাৰিখত পত্র লিখিচে, "শ্রী প্রিয় পৰ্বতিয়া ফুকন মুনসেফৰ বেটি একনিৰ লৰা এটাই চাউল জোখা কঠা এটা হাতত লৈ, আন লৰা এটাই সৈতে লগ লৈ দুয়ো ব্রহ্মপুত্রৰ গৰাৰ ওচৰত উমলিবলৈ গল, তাতে উমলি থাকোঁতে হাতৰ পৰা কঠাটো ব্রহ্মপুত্রৰ পানিত পৰিলত, লৰাটে ধৰিবৰ মনেৰে পানিৰ ওচৰলৈ জাওতে, গৰাত পিচলা খাই উঠিব নোআৰি ৪ বজাৰ সময়ত বেটিৰ লৰাটো পানিত পৰি মৰিল।

"১৮ জুন তাৰিখে নিসা দুই বজাৰ সময়ত গুআহাটিত বৰকৈ ভুমি কম্প হৈচিল, তাতে সেই জিলাৰ প্রধান পকি গির্জা ঘৰৰ ওপৰে দলৰ ৬ হাত মানৰ তলতে কঁদালবিলাক এৰাই পৰিল, আৰু ভিতৰতো অনেক ঠাই ফাটিল। আৰু, বেলি চোআ ঘৰিবোৰবো প্রায়ে মাত মৰিল।

"জুন মাহৰ ২২ তাৰিখে, বেহা কৰিবৰ মনেৰে, তামোল, চাউল ভৰা দি, নাও দুখন পাঁচোটা মানুহে গুআহাটিলৈ লৈ গৈচিল, পাচে পানিৰ বেগত নাও ৰখাব নোআৰি, উটুআই নি উমানন্দৰ পোনে, উৰ্বসি নামেৰে সিলবোৰত পেলাই মানুহে সৈতে দুয়ো খন নাও পানিত ডুবালত, নাৱেঁ সৈতে তেনেই তললৈ গল।"

শ্রী বাবু ব্রজনাথ সৰকাৰে কলিকতা নগৰত বাঙ্গ দৰ্শক নামেৰে এখন নতুন সম্বাদ পত্র চাপিবলৈ আৰম্ভন কৰিচে।

বঙ্গালত থকা কোনো কোনো বঙ্গালি গিয়ানি লোকে ফ্রি ইনকোয়াৰেৰ নামেৰে এখন নতুন সমাচাৰ দৰ্পন চাপিবলৈ ধৰিচে।

জুন মাহত শ্রীৰামপুৰৰ ওচৰত চাৰি ভৰিয়া চাৰি হতিয়া এটা লৰা উপজিচে।

আৰু সেই জিলাৰ ওচৰতে সেই মাহতে একনি চোআলি উপজিচিলে। সেই জনিৰ বুকতে লাগি ওলমি থকা মুৰ নাইকিয়া কন্ধৰ নিচিনা আৰু একনি চোআলি ওলমি আচিল; পাচে দিন চেৰেক থাকি সেই জঁজা চোআলি জনি মৰিলত, তাইৰ স টো কলিকতাৰ মেডিকল কলিজ অৰ্থাত প্রধান বেজৰ স্কুলত বৰ চিচাত ৰস ঢালি ভৰাই ৰাখি থৈচে।

হিন্দুস্থানৰ উজনিএ ঢেৰা নামেৰে এক ঠাইত, কোনো এঘৰত, তিনি চকুআ আৰু দুই নাকেৰে এটা লৰা উপজি, কিচু মান দিন থাকি ম্রিত্যু হল। সেই লৰাৰ ত্রিতিয় চকু কপালত আচিল।

কলিকতাৰ হৰকৰাৰ ১৭ জুনত চাপা সমাচাৰ দৰ্পনত লিখিচে বোলে, হস্তিনা নগৰত ১৫ এপ্রেল তাৰিখত বৰ সিলা ব্রিষ্টি হোআত বৰ বৰ সিল পৰি ৩০০।৪০০ মান গৰু মৰিল।

সেই সমাচাৰ দৰ্পনতে লিখিচে, অজোধ্যা দেসৰ ৰজাৰ পঞ্চাস হেজাৰ চিপাহি আচে, কিন্তু এতিয়া তাৰে পৰা ভালেমান কমাৰ খুইচে; আৰু সেই চিপাহিবোৰক দৰমহা দিয়াত জিমান কপ খৰচ হৈচিলে, এতিয়া সেই কপেৰে দেস ভাল হবৰ নিমিত্তে আলি বাট বন্ধাবৰ মন কৰিচে।

জুন মাহৰ অৰুনোদইত, লুধিয়ানা নগৰত জি বৰ ধুমুহাত পকি ঘৰ ভাগি, গোৰা চিপাহি মৰা, আৰু দুখ পোআৰ কথা চাপা গৈচিল, সেই ৰখ্যা পৰা লোকৰ দ্রব্য বস্তু জি নষ্ট হৈচিল, তাকে সিইতে কিনিবৰ নিমিত্তে সাহাৰ লোকে ১১৬৬ এঘাৰ স চইসষ্টি টকা দিবলৈ গোটাইচে। --

২২ মেই তাৰিখত লাহোৰ নগৰত কেতবোৰ মানুহে কিবা অপৰাধ কৰিলত, শ্রীজুত ৰজা লাল সিংহে হুকুম দি, সাত জন মানুহৰ হাত আৰু নাক, কাটিলে। আৰু একনি তিৰোতাই কোনো মানুহক ভকা দি খুন কৰা হেতুকে, সেই ৰজা লাল সিংহে আগ্যা দি ফাঁসি দিয়ালে।

বঙ্গাল হৰকৰাত লিখিচে, পঞ্জাবৰ ৰনত কম্পানিৰ জিমান কপ খৰচ হৈচিলে, সেই খৰচ হোআ কপবোৰ লাহোৰ ৰাজাই দিম বুলি আগেএ জি মান্তি হৈচিলে, সেই টকাৰ ভিতৰৰ ৩৫ লাখ টকা, জুন মাহৰ ভিতৰত, কলিকতাত দিয়ালে।

জেতিয়া লাহোৰৰ ৰজাৰ লগত কম্পানিএ ৰন জিকি পঞ্জাব দেসৰ এফাল লোআত, সেই কালতে কোঠকাংগ্রা নামেৰে, এটা পৰ্বতৰ ওপৰত, কোনো ৰজাই লব নোআৰা কঠিন ঠাইত, অনেক দিনিয়া এটা বৰ কোঠ আচিল, এবেলি মাথোন মহা ৰাজ ৰঞ্জিত সিংহে টেঙ্গৰালিকৈ সেই

কোঠত সোমাই দখল কৰিচিল; তেতিয়াৰে পৰা ৰজাৰ আগ্যা মানি আচিলে। এতিয়া কম্পানিৰ ফালে পৰাত, লবলৈ মন কৰি, কোঠ ৰখিয়াবোৰক মতাত নাহিল, আৰু সাহেবৰ ৰজাই মানুহ পঠাই এৰি দে বুলি আগ্যা দিলে, ৰজাকো নে মানি, নি দিঁও বুলি, বৰ কথা কৈ গাগৰি দি বুলিলে, জদি ৰন কৰে, আমাৰ বৰ টোপ, হিলৈ, গুলি, আৰু খাৰ আদি কৰি, আৰু দুবচৰ মানলৈ খাবলৈকো আচে। আগৰে পৰা কোনো ৰজা বাদচাই আমাৰ এই কোঠ লব পৰা নাই, এতিয়া এনে আচল ঠাই কোনে লব পাৰিব?

সেই কোঠলৈ উঠা বাট বৰ ঠেক, কিন্তু সেনাবোৰে সাৰি পাতি বৰ টোপ টানি লৈ জাব পাৰে; তেও জুধ কৰিবলৈ ঠাই নাইকিয়া, আৰু আন টিঙ্গলৈ উঠিবলৈ দুৰ্গম বৰ কঠিন দেখি, কোঠ ৰখিয়াইতে ভাবিচে জেন কোনো মানুহে বৰ টোপেৰে সি ঠাইলৈ উঠিব নোআৰে। সেই কাৰনে সাহ কৰি গঁফেৰে থাকে। কিন্তু কম্পানিৰ অনেক ফন্দ আচে হেন নে জানিলে। জেতিয়া সেনাপতি সেনাবোৰে সৈতে সেই কঠিন ঠাইলৈ বৰ টোপ আদি কৰি লৈ উঠিলে দেখি, কোঠ ৰখিয়াবোৰে একে বেলিএ কোঠৰ দুআৰ মেলি ওলাই শ্ৰীজুত মেজৰ লাৰেঞ্চ বৰ সাহাবৰ আগতে সৰনাগত হৈ পৰিল, পাচে সেই কোঠৰ দুআৰ ২৮ মেই তাৰিখে সিহঁতে আপুনি মেলি দিয়াত কম্পানিএ দখল কৰিলে।

কোনো কোনো দেসৰ দুষ্ট মানুহবোৰে বৰ বেগে জোআ জাহাজৰ ওপৰত বৰ টোপ, হিলৈ, তৰোআল আৰু লোৰ সিকলি আদি কৰি লৈ, আফ্ৰিকা লৈ গৈ কলা মানুহ বিচাৰি ভকা দি বন্দি বেটিকৈ আমেৰিকা দেসত বেচিবলৈ ফুৰি থাকে। এনে ডকাইত জাহাজবোৰক বিচাৰি ধৰিবলৈ শ্ৰীজুত ক্ৰফৰ্দ নামেৰে কাপ্তান সাহাবে মিউটিন নামে এখন জাহাজেৰে গৈ গুড হোপৰ ওচৰতে ১৮৪৫ সনৰ মাৰ্চ মাহৰ পৰা এবচৰলৈকে ১০ দহ খন ডকা দি নিয়া জাহাজ বনকৈ ধৰি আনিলে, পাচে সেই জাহাজবোৰৰ ভিতৰত জি জি মানুহবিলাক বন্দিকৈ ধৰি ৰাখিচিল, সেই সকলকো এৰি দিলে।



হলণ্ড দেসৰ ১৬টা বৰ টোপেৰে থকা কামিলিএল নামেৰে জাহাজ এখন, আৰু ৬।৭ টোপেৰে এখন সৰু জাহাজ, সেই সোলে টোপিআ জাহাজ খন চলোআ মানুহে সৈতে সেনা তিনি কুৰিএ, খাজনা ভৰাই, কোনো এক নগৰলৈ মনকৈ সাগৰত জাঁওতে, ২৬ এপ্ৰেল তাৰিখে, নাৰে পতি বৰ টোপ এটা থকা এনে ৪০ খন বৰ নাওত ৪২০০ চাৰি হেজাৰ দুস মান ডকাইতে, সেই জাহাজত খাজনা থকা হেন জানি, আৰু ডকাইতবোৰ অতি সৰহ দেখি, বলেৰে বনকৈ কাটি চিঙ্গি সেই ৬০ জন মানুহক নিচইকৈ মাৰিলে, আৰু আটাই খাজনা, আদি আন আন জি দ্ৰুব্য বস্তু আচিল, আটাইকে লুটি নিলে; আৰু সেসত জাহাজ খনকো পানিত বুৰাই দিলে। কিন্তু জি সৰু জাহাজ খন লগত গৈচিলে, খাজনা থকা খানে সৈতে ডকাইতবোৰে জুজকৈ লুট কৰোঁতে, তেতিয়া বতাহ হৈচিলে দেখি, সেই চেগতে সৰু জাহাজ খন নিলগি পলাই সাৰিল। এই দৰে লুটকৈ নিয়া জাহাজৰ আৰু নাওবোৰৰো নকচা ওপৰত লিখা আচে।

মাৰ্চ মাহৰ ২২ তাৰিখত বম্বেই নামেৰে এখন জাহাজত বজ্ৰুপাত পৰি, ফ্ৰাঞ্চিচ্ ফিলিপ্চ্ নামেৰে এজন মানুহ মৰিল। আৰু চাৰ্লচ্ হেৰদেন নামেৰে এজন মানুহক জাহাজৰ ওপৰ মস্তুলৰ পৰা বজ্ৰুপাতে পানিত পেলাই মাৰিলে। আৰু সেই জাহাজৰ ওপৰ খোঁটালিত থকা চাৰি জন

মানুহক ধৰিএ কোবাই তল খোঁটালিলৈ পেলালে, তেও সিহঁতে বৰ দুখ নে পালে। সেই সময়ত ঘৰনিয়া বৰ টোপৰ গুলিৰ নিচিনা বজ্ৰপাতৰ জুই জাহাজৰ পানি ওলোআ বাটে দি ওলাল; আৰু গন্ধকৰ জুইৰ নিচিনা গোন্ধাইছিল।

ইংলণ্ডৰ পৰা কলিকতালৈ আহিবলৈ, চাৰিঙ্গাপত্তাম নামেৰে এখন জাহাজ মেলিলে; অলপ দুৰ পালত, ২৭ এপ্ৰেল তাৰিখে ৰাতি হৈ থাকোঁতে, হলণ্ড দেসৰ হাৰিএট নামেৰে চেনিৰে ভৰা এখন জাহাজ লগ পালে। পাচে সিহঁতে কথা বতৰা হবলৈ ধৰিলে, কিন্তু সেই দুই জাহাজত থকা মানুহবোৰে আপোনাৰ মাজত ইটে সিটে একো কথা নু বুজিলে, সিবিলাকে সেই দৰে কথোপকথন কৈ থাকোঁতেই, বৰ বতাহ বলাই থকাত, তেতিয়া দুই জাহাজত বৰ খুন্দা লাগিল। তাতে সিখন জাহাজতকৈ চাৰিঙ্গাপত্তাম জাহাজ দোজোখা মান ডাঙ্গৰ দেখি, একে বেলিএ সকখনক লুটিয়াই পেলালে, জাহাজৰ মানুহবোৰে বেগতেই ডাঙ্গৰ জাহাজৰ ওপৰত উঠিলহি; পাচে সিহঁতৰ গাত লোআ জি জি কাপৰ কানি আছিল, সেই মাথোন পালে। আৰু এখন্তেক মানৰ পাচত সেই হাৰিএট জাহাজ তল গৈছিল, আৰু তাৰ জৰি আদি কৰি চাৰিঙ্গাপত্তাম জাহাজৰ আগ ফালৰ হেলনিয়া মস্তুলত লাগি, তল জাওতে নিচইকৈ চিঙ্গি নিলে। §

---

## পানি বৰ্ষাৰ বিবৰন।

বৰ্ত্তমান মাহৰ ৮।৯ তাৰিখৰ পৰা ব্ৰহ্মপুত্ৰৰ পানি বাৰ্হি বাৰ্হি, ১২ তাৰিখত বৰ পানি হল। আগে পাচে তল নো জোআ ঠায়ো তল গৈ, দিন চেৰেকলৈ ভাত সিজাবলৈ ঠাই নে পাই, মানুহবোৰে বৰ দুখ পালে। ১৩ তাৰিখৰ পৰা পানি অলপ মান সুকাইছিলে, কিন্তু ব্ৰহ্মপুত্ৰ পুনৰাই ২০ তাৰিখে আগতকৈয়ো বৰ পানি বাৰ্হি, কোনো কোনো ঠাইত ঘৰৰ চাল আদি কৰি তল গৈছিলে, আৰু কেতবিলাকে দিনে ৰাতিএ ঘৰৰ চালত উঠি আছিল। নাও থকাবোৰে বাম ঠাই বিচাৰি, লৰা, তিৰোতা, গৰু, মহ লৈ, গৈছিল। কিন্তু মঁহ, গৰু, দামুৰি ডাঙ্গৰমান মৰিল, আৰু হাবিত ফুৰিও অনেক হেৰাল। গাঁৱলিয়াবোৰৰ ভঁৰাল তলগৈ, বহুত ধান নষ্ট হল, কটিয়াও পানিএ মাৰিলে। বাঘ, মঁহ, পহু আদি কৰি অনেক জন্তু বাম ঠাই বিচাৰি, একে লগে গোট খাইছিল; তাতে সৰু নাৰেৰে তল নো জোআ গাঁওৰ পৰা অনেক মানুহে হৈ মাৰিছিল, তেতিয়া দুজন এজনক মঁহেও খুচিলে। কোনো দিনত পহু আদি কৰি বাম ঠাই বিচাৰি গাঁওত সোমাইছিল। আৰু বাঘ এটা আহি, ৰাতি পুআ দুভাঁৰ মান বেলি উঠাত বাটত ফুৰি, খাই আলিৰ ওচৰে দিখৌ নৈত নামি সাঁতৰি ৰংপুৰ নগৰৰ হাবিত সোমাল হৈ। বুঢ়া গোহাঁইৰ দিনৰে পৰা কোনো বচৰতো এনে পানি হোআ নাই।

মান আৰু আন আন দেসত থকা মানুহবোৰে ওখকৈ সজা, চাং ঘৰত থাকে; অসম দেসত থকা মানুহবিলাকেও সেই দৰে ৩।৪ হাত ওখকৈ জদি চাং ঘৰ সাজে, তেন্তে অনেক প্ৰকাৰে ভাল হব, আৰু এতিয়াতকৈ জৰ আদি নানা ৰোগ কম হব। আৰু জাতি কুলৰ নিমিত্তে জদি সংসই কৰে, তেন্তে ভাত সিজাই খাবলৈ, এক সৰু ঘৰ মাটিত সাজিব পাৰে, কিন্তু থকা, সোআ, আৰু বস্তু ৰাখিবলৈ চাং ঘৰ অতি ভাল। আগৰ পৰা তেনে দস্তুৰ নাই দেখি, প্ৰথমতে কোনো কোনোএ ভাল নে পাব, তেও অলপ দিন থাকি সহজ হলে, চাং ঘৰ মাটিতকৈও বৰ ভাল পাব। জদি কোনোএ চাং ঘৰত নিচইকৈ থাকিব নোআৰোঁ বুলি কই, তেন্তে ভঁৰাল ঘৰৰ লগত এখোঁটালি ঘৰ জোৰা দি, তাতে সেই চাং [৩।৪ হাত ওখকৈ নে পাহৰিবা] সাজি থলে ভাল; জেতিয়া পানি বাৰ্হি ঘৰ তল জাই তেতিয়া সেই চাঙত থাকিবলৈ ঠাই পাব, দুখ আৰু এতিয়াৰ নিচিনা ধান আদি দ্ৰব্য বস্তু নষ্ট ন হব। §



# ভোটৰ দেসৰ বিবৰন।

An Account of Butan.

ভোটবিলাকৰ দেস হিমালই নামেৰে পৰ্বতৰ দখিনৰ পৰা কামৰূপ দেসৰ উত্তৰে সৰু সৰু পৰ্বতলৈকে আবৰি আছে। এই খন দেস প্ৰাই দিঘলে ১১০ এস দহ ক্ৰোস, পথালিএ ৪৫ পঞ্চলিচ ক্ৰোস; ইয়াৰে মাজত চাৰিও ফালৰ মাজৰ পৰিমান প্ৰাই ১৯৮০০ উঁনৈচ হেজাৰ আঠ স ক্ৰোস। সেই ভোটৰ দেসৰ সৰহ ভাগ প্ৰিথিবিৰ মাজত ওখ ওখ পৰ্বতবোৰে ঢাকি আছে। কিন্তু জিবোৰ ডাঙৰ ডাঙৰ পৰ্বত আছে, সেইবোৰ পৰ্বতক সদাই হিমে ঢাকি থাকে। আৰু সেই ভোটৰ দেসত সৰহ নদিবোৰ আছে, সেইবোৰ নদি বৰ বেগি আৰু ওপৰৰ পৰা তললৈকে বৰ বেগ ধৰি লৰি জোআ কাৰন ইপাৰ সিপাৰ হোআই বৰ টান। ভোটবিলাকৰ দেসৰ সেই সৰহ নদিবোৰ পৰ্বতৰ তলৰ গুহাৰ পৰা বাহিৰলৈ গৈ সৰু নদিবোৰেৰে লগ লাগি ক্ৰমে ক্ৰমে লুইতত পৰিচে। তাৰে ডাঙৰ নদি জি মনাহ আছে সেই নদি গৈ গোআলপৰাৰ ফালে লুইতত লগ লাগিচে।

আৰু ভোটৰ দেসৰ ৰাজ সভাৰ প্ৰধান অধ্যখ্য দেৱৰাজা, ধৰমৰ অধ্যক্ষ ধৰ্মাৰজা নামে প্ৰসিধ হৈ আছে। সেই ধৰ্মাৰজাক থিবেট দেসৰ লামাৰ গোঁসাই অৱতাৰ বুলি জানে। সেই দেৱৰজাক বৰ বৰ মানুহৰ মাজৰ পৰা সেই দেসৰ মানুহে বাচি লই। আৰু সেই ভোটৰ দেসৰ বেৱহাৰ, দেৱৰজাই বৰ সভাত বহিবৰ ভাল থল পাই, তাৰ ৰাজ পদতি তিনি বচৰলৈকে থাকে। আৰু ধৰ্মাৰজাক থিবেট দেসৰ লামা দেৱতাৰ নিচিনা বুধ দেৱতা মানুহৰ আক্ৰিতি ধৰি আহিচে বুলি জানে। আৰু সেই ভোটবিলাকে সেই ধৰ্মাৰজা কেতিয়াও ন মৰে, আৰু কেৱল আকাৰহে সলাই মাথোন, এনেকৈ কোআ কুই কৰে। জেতিয়া ধৰ্মাৰজা মৰে ভোটবোৰে জানে জে কেৱল আকাৰহে সলালে, তেতিয়াই সেই ধৰ্মাৰজাৰ বিসই খন এবচৰলৈ এনেই থাকে; কিন্তু সেই বচৰত গাইলঙ্গ নামেৰে সিইঁতৰ জি পোৰোহিত আছে সেই ভোটৰ দেসৰ ধৰম কৰম চলাই। আৰু ধৰ্মাৰজা ওপজাৰ চিন এইবোৰ জে, সেই ধৰ্মাৰজা তাৰ মাকৰ পিয়াহ নো খোআকৈ গৰুৰ গাখিৰ খাই থাকে, আৰু ওপজা মাত্ৰে স্পষ্ট স্পষ্ট কথা ভালকৈ কব পাৰে, আৰু তাৰ মনৰ কথাবোৰ কোনো চিন দেখুআই, লোককো বুজাব পাৰে, এই আচৰ্জ্য কথা সভাৰ মানুহে সুনিলে, জি থলত ধৰ্মাৰজা ওপজে তালৈকে জন দিয়েক পোৰোহিত পঠাই। সেই পোৰোহিতবোৰে ধৰ্মাৰজাৰ পুৰ্ব জনমত ব্যাপাৰ কৰা কেতেখনি বস্তু লৈ জাই। পাচত আৰু সেই বস্তুৰ নিচিনা কেতেখনি বস্তু মিহলাই, সেই বালকৰ আগতে পেলাই দিএ; কিয়নো এই বস্তু চিনিব পাৰে নে নোআৰে, চাঁওচোন বাৰু। পাচে জদি সেই লৰা ৰজাই আগৰ ব্যাপাৰ কৰা বস্তু চিনিব পাৰে, তেতিয়াহে সেই পোৰোহিতবোৰে বৰকৈ বাজনাবোৰ বজাই গৈ, পুনাখা নামেৰে জি ৰাজধানি আছে, জি থলত ধৰ্মাৰজা আৰু দেৱৰজাতকৈ আৰু কোনো বহিব নোআৰে, সেই থললৈ লৈ জাই। কেতিয়াবা কেতিয়াবা বিসেস বিসেস কাৰন হলে ধৰ্মাৰজা আৰু দেৱৰজা, এই দুজনৰ জি বাৰ আছে সেই বাৰটো এজনাৰ গাতে ৰই। এই ধৰ্মাৰজাৰ আৰু দেৱৰজাৰ তলে দুখন সভা আছে। কিন্তু ধৰ্মাৰজাৰ তলে জিখন সভা আছে, তাতে গাইলঙ্গ নামেৰে ১২ বাৰে জন পোৰোহিত থাকে; সেইবোৰ পোৰোহিত ৰজাৰ ঘৰত থকা পোৰোহিতৰ পৰা বাচি বেলেগে লই। সকলবো প্ৰধান বাৰ হলে এইটোহে, অন্য অন্য পোৰোহিতবিলাকৰ ধৰম কথা আৰু লেখা পৰ্হাৰ অধ্যক্ষতা ৰাখি থাকে। আৰু দেৱৰজাৰ জিখন সভা আছে সেই সভাতে প্ৰধান প্ৰধান ৬ চই জন সভাসদ মানুহ আছে, সিইঁতৰ বাৰ হলে এই, চই দেসৰ ৰজাৰ বন ৰাখি চাই চিন্তি অধিকাৰ হৈ ৰাখি ফুৰে। আৰু ভোটৰ দেসৰ উত্তৰ ভাগৰ কি পচিম ফালৰ ৰাজসাসন কৰ্তা জেতিয়া নগৰলৈ আহে, তেতিয়া সেই ৰজাৰ সভাত বহিবৰ ভাল ঠাই পাই। আৰু সেই ৰাজ সাসন কৰ্তাবিলাক জদি বা নগৰত থাকে, তথাপি কোনো দোষ বুজ লাগিলে সিবিলাকত নো সোধাকৈ একো কিচু ন কৰে আৰু এক এক সেই জে ৰাজ সা-

সব কৰ্ত্তা সেইবোৰৰ জি এখন এখন সভা আছে, তাৰো অধ্যক্ষতা সিবিলাকেই কৰে। কিন্তু সেই বোৰ সভা কিহেৰে হই নে জানো, সেই সেই দেসৰ কৰ্ত্তা জিবোৰ হই তাৰে সভাবোৰ হৈ থাকে। আৰু সেই এখন এখন দেসৰ জিবোৰ কৰ্ত্তা আছে সিবিলাকৰো ভালেমান সক্তি আছে, কি সক্তি, ওপৰৰ বিসয়াত নো সোধাবৈ তাঙ্গৰ উঁৰ বধ কৰিব পাৰে। আৰু সেই দেসৰ বৰ বৰ জগৰৰ দণ্ড অৰ্থাত মানুহ মৰা দাই লাগিলেও ৮০ চাৰি কুৰি দেৱা টকাৰ পৰা ২০০ দুস দেৱা টকা দিয়ালৈকে দিলে সেই দাই এৰাব পাৰে। আৰু সেই দেসৰ ৰজাৰ বন কৰা মানুহৰ দৰ্মহা এতেখনি পাব, এনে ঠিক নাই। আৰু সেই দেসৰ বৰ বিসয়া লোকবোৰ জদি ভঙ্গা গল, তেতিয়াই তাৰ তলৰ জিবোৰ বিসয়া লোক থাকে সিইঁতো ভঙ্গা জাই। এই দৰে সদাই বিসই ভঙ্গা পৰে দেখি, জি কেই দিন বিসই থন থাকে সেই কেই দিনতে সৰহ সৰহকৈ পাইকৰ ওপৰত ধন লই। এতেকে দুখিয়া মানুহৰ কাৰ্জে কাৰ্জে দুখ বৰকৈ হই।

আৰু ভোটৰ দেসৰ গিৰস্থি লোক কোনো এটা মৰিলে তাৰ জি মাইকি লৰাই বা ভায়েকেই থাকোক, তেও তাৰ জিখন বিসই সেই খন ধৰ্ম্মাৰজা কিম্বা দেৱাৰজা এই দুই জনকেহে গতাৰ। এনে বেৱহাৰহে থকাতহে কোনো জাতিএ বাৰ্হিবৰ মন নে জাই জে কাৰন, পৰিয়াল পুহিবৰ নিমিত্তে ধন ৰাখিবৰ ইচা গুচে, কিয়নো ভাল পুত্তেকেও তাৰ বাপেকৰ ধন ভোগ কৰিব নে পাই।

আৰু ভোটৰ দেসৰ ৰাজ কৰ দিবৰ নিতি এইটোহে, জে মাটিৰ সস্য দিএ, অৰ্থাত গোম আৰু চাউল, মাহ, জৱ, এইবোৰহে দিএ। আৰু চাগ, চাগলি, ভেৰা, কুকুৰা, ঘিউ, বা কাপৰ, এইবোৰহে খেতিয়ক মানুহে তাৰ ঠাকুৰিয়াৰ হাতত দিএ। পাচত সেই ঠাকুৰিয়াবোৰ তাৰ তাঙ্গৰ তাঙ্গৰ বিসয়াৰ হাতত দিএ। জদি এইবোৰ বস্তুৰ আমি ধন ধৰোঁ তেতিয়া ২০০০০০ দুই লাখ টকাতকৈ বেচি, এবচৰত এই দেসৰ ৰাজহ ধন ন হব, এইবোৰ বস্তু প্ৰাই এক দৰে দিয়া বুলি সকলো লোকৰ ন থকা জি বস্তু আছে তাৰ উপকাৰ ন হুই। আৰু ভোটৰ দেসত কপৰহে টকা চলে, কিন্তু সেই টকাকে দেৱা টকা বোলে। সেই দেৱ টকাৰ মোল কম্পানি টকাৰ আদখনি অৰ্থাত এক আধলিতে চলি থাকে।

ভোটবিলাকৰ দেসত গোম, আৰু জৱ, সন, এইবোৰ বস্তুৰ খেতি কৰে, কিন্তু নামদানি নামেৰে জি এডোখৰ ভোটৰ মাটি আছে সেই খনত হলে বহু বিধ কলাই, আৰু সৰিয়হ, আৰু কুঁহিয়াৰ, এদা, তামোল গচ, আৰু কেতেখনি কমলা নেমু, এইবোৰ হই। সেই ভোটৰ দেসতে কলা থঙ্গাৰ ব্যাপাৰ বৰকৈ হই, আৰু নানা ৰবনেৰে কাপৰ সকলোকে আদি কৰি জিবোৰ দেখা পোআ জাই সেইবোৰ থিবেট দেসৰ পৰা অনা হই। সেই দেসৰ দখিন ভাগৰ গাঁৱৰ মানুহবোৰে কপাহৰ সকত সকত কাপৰবোৰ বই। আৰু সক সক ঘূৰনিয়া কাঠৰ চৰিয়াবোৰ কৰে। সেই দেসতে পৰ্ব্বতৰ ভালেমান কাঠৰ দোআৰাই সেইবোৰ চৰিয়া আৰু আন আন বস্তু সাজে। আৰু এইতিয়া দুআৰ আৰু ৰৰচা আৰু কাঁৰৰ ফনি আৰু তাঙ্গৰ তাঙ্গৰ তামৰ ডেগ এইবোৰ সেই দেসৰ পৰ্ব্বতৰ ধাতুবোৰেৰে সাজে। আৰু সেই দেসৰ কিবা এক গচৰ চালৰ দোআৰাই ভোটবিলাকে কাগজবোৰ কৰে। সেই কাগজ এনেহে ডাঠ, তাক পোকেও খাই একো কৰিব নোআৰে। ভোটৰ তিৰোতাবোৰে তাৰ ৰান্ধন সালৰ বাচন বৰ্ত্তন, আৰু ঘৰাও, আৰু আন আন বস্তুবোৰ আপুনি সাজি লই। আৰু ভোটবোৰে অসম দেসৰ পৰা মুগাৰ কাপৰ, আৰু এৰিয়াৰ কাপৰ, কপাহৰ কাপৰ, আৰু সুকান মাচ, চাউল, এইবোৰ লৈ জাই।

ভোটৰ পৰ্ব্বতৰ আৰু অসম দেসৰ উত্তৰ ভাগত ৭ সাত খন দুআৰ আছে। ইয়াৰে মাজত দুই খন দুআৰ দৰঙ্গ দেসৰ উত্তৰে আছে, তাৰ নাম বুৰিগোমা দুআৰ আৰু কালাং দুআৰ। আৰু পাঁচখন কামৰূপ দেসৰ উত্তৰ ফালে আছে; কামৰূপ দেসৰ উত্তৰ ফালে জি পাঁচখন দুআৰ আছে, তাৰ নাম গৰখোলা দুআৰ, আৰু বাকুসা দুআৰ, চাপৰাই দুআৰ, আৰু চাপাকামাৰ দুআৰ, আৰু বেজানি দুআৰ।

ভোটৰ পৰ্ব্বতৰ ওপৰে আৰু নামদানি নামেৰে দেসত প্ৰাই ১৪৫২০০ মানুহ হব। ৰ.



## দানিএল ভবিস্যত বক্তাৰ বিবৰন।

The Prophet Daniel

আমাৰ প্ৰভু যিচু খ্ৰিষ্ট অৱতাৰ হোআৰ অনেক বচৰৰ আগেএ দানিএল নামে এজন ভবিস্যত বক্তা আছিল। আৰু তেঁৰে প্ৰভু যিচু খ্ৰিষ্ট কোন সময়ত আৰু কিমান দিনৰ মুৰত আহিব, তাকে ভবিস্যত বক্তা হৈ জানি সেই সকল কথা ইশ্বৰৰ আদেশেৰে পৰম শাস্ত্ৰৰ ভিতৰত লিখি থলে। আৰু তেনে ৰূপেই খ্ৰিষ্ট অৱতাৰত সেই সকলো কথা ঘটিল।

সেই ভবিস্যত বক্তা আপোন দেশত থাকিবলৈ নে পালে, কিন্তু জেতিয়া যিহুদি লোকৰ লগত বাবেল দেশৰ ৰজা নিবুখদনচৰে জুধ কৰিছিল, তেতিয়া সেই দানিএলকে আদি কৰি অনেক যিহুদি লোকক বন্দি কৈ বাবেল দেশলৈ নিলে। আৰু তেতিয়া ৰজাই সেই দানিএলক আৰু অনেক লৰাক ভাল দেখি বাবেল দেশৰ সকলো বিদ্যা শিখিবৰ নিমিত্তে পাঠশালিত ৰাখি থলে। তাতে দানিএল বাবেল দেশৰ সকলো বিদ্যাত পাৰ্গত হোআত, ৰজাই তেঁওক ভাল পাই এক উত্তম বিসই দি ৰাখিলে পাচে তেঁও আপোন ইশ্বৰৰ দ্ৰিষ্টিত আৰু সকলো মানুহৰ দ্ৰিষ্টিতে বিশ্বাসি আছিল; আৰু তেঁওৰ বিৰোধে কোনো লোকে একো কুকৰ্মৰ অপৰাদ দিব নোআৰিলে, কিয়নো তেঁও ৰজাৰ বিৰোধে বা প্ৰজাৰ বিৰোধেই কুকৰ্ম কৰা নাই। আৰু জেতিয়া সেই ৰজাই কোনো এটা বৰ বিপৰিত সপোন দেখিলে, তেতিয়া দানিএলে আপুনি ভবিস্যত বক্তা হৈ সেই সপোনকে আদি কৰি অনেক অনেক সপোনৰ ফলিতা দি ৰজাৰ আগত জনাই দিলে। সেই কাৰনে নিবুখদনচৰ ৰজাই অতিশই ৰূপে সন্তোস পাই, ৰজাৰ ডিঙ্গিৰ পৰা হাৰ এধাৰ খহাই দি তেঁওক মান্য কৰিলে, আৰু আগতকৈও এক উত্তম বিসই দি ৰাখিলে।

ইয়াকে দেখি ৰজাৰ স্বদেশি বিসয়াবিলাকে বেজাৰ পালে; আৰু সেই ভবিস্যত বক্তা জনক কোনো ৰূপে ৰজাৰ অহিত কৰাই বধিবৰ নিমিত্তে উপাই বিচাৰি ফুৰিছিল, কিন্তু জেতিয়া সিবিলাকে দেখিলে দেখোন দানিএলৰ বিৰোধে একো কুকৰ্ম পোআ ন গল, তেতিয়া সিবিলাকে

ইটে সিটে আলচ কৰি দানিএলৰ ধৰমৰ বিৰোধে অহিত কৰিব ধৰিলে। পাচে সিবিলাক সকলো গোট খাই আহি ৰজাৰ আগত এই বুলি কলে বোলে হে মহা ৰজা চিৰকাল জিওক। আৰু তোমাৰ দেসৰ বিসয়া সকলোএ গোট খাই এই আগ্যা থিৰ কৰিবলৈ আপোনাৰ আগত নিবেদন কৰিচে, জে মহা ৰজাৰ বাহিৰে কোনো লোকে জাদ ত্রিচ দিনলৈকে ইস্বৰৰ আগত বা মানুহৰ আগত কিবা জাগ্না নিবেদন কৰে, সিবিলাকক সিংহৰ গাঁতত পেলোৱা হৰ। এই বুলি ৰজাৰ আগত নিবেদন কৰিলে তেতিয়া ৰজাই সেই ৰূপে আগ্যা থিৰ কৰি হুকুম সুনালে। আৰু জেতিয়া দানিএলে আগ্যা থিৰ হল বুলি জানিলে, তেতিয়া আপোন ঘৰত সোমাই আগৰ নিতিৰ মতে, দিনত তিনি বাৰ ইস্বৰলৈ স্তুতি প্রার্থনা কৰিচিলে, এনেতে সেই বিৰোধ কৰাবিলাকে দানিএলক পাই ৰজাৰ আগলৈ নি জনালে, হে মহা ৰজা আপুনি জি আগ্যা থিৰ কৰিলে, সেই আগ্যাকে এই দানিএলে ভাঙি আপুনি ইস্বৰৰ আগত দিনত তিনি বাৰ প্রার্থনা কৰিলে। এনে সুনি মহা ৰজাই মনত অতি খেদ পাই ৰাজ আগ্যাৰ দৰে দানিএলক সিংহৰ গাঁতত পেলালে, আৰু সেই গাঁতৰ মুখত ৰজাৰ মোহৰ আৰু ভাঙ্গৰিয়াবিলাকৰ মোহৰ মাৰি থৈ আহিল।

পাচে সেই ৰাতি ৰজাৰ চকুত ঘুমটি নাহিল। আৰু একো বাদ্য তেঁওৰ ওচৰলৈ নিয়া ন হল। কিন্তু অতি অসন্তোসেৰে ৰাতি পুৱা উঠি সিংহৰ গাঁতলৈ গৈ দানিএলক মাত লগাই বুলিলে, হে দানিএল, জিৱন্ত ইস্বৰৰ দাস, তুমি জি জন ইস্বৰক নিতান্ত সেৱা কৰা সেই জন ইস্বৰে তোমাক ৰাখিলে নে? তেতিয়া দানিএলে মাত লগাই ৰজাৰ আগত কলে, হে মহা ৰাজ মোৰ ইস্বৰে আপোনাৰ দুত পঠাই সিংহবিলাকৰ মুখ বন্ধ কৰিলে, তাতে মোক সিবিলাকে একো হিংসা ন কৰিলে, কিয়নো হে মহা ৰাজ মই তোমাৰ বিৰোধে বা ইস্বৰৰ বিৰোধেই একো দুসিত কৰম কৰা নাই। তেতিয়া ৰজাৰ মনত ৰঙ্গ হৈ মানুহ মাতি দানিএলক সিংহৰ গাঁতৰ পৰা তোলালে, আৰু জিবিলাকে তেঁওৰ বিৰোধে এনে হিংসা কৰিলে, সিবিলাকৰ পৰিয়ালে সৈতে সিংহৰ গাঁতত পেলালে। আৰু সিংহবিলাকে আলালতে সিইতৰ হাৰ সুৰ ভাঙি গুৰিকৈ খালে। আৰু তেতিয়া ৰজাই আপোন দেসত থকা সকলো লোকলৈ এই আগ্যা কৰি সুনালে, বোলে, সকলো লোকে দানিএলৰ ইস্বৰৰ আগত ভই কৰোক, কিয়নো তেঁৱেই জিৱন্ত পৰম ইস্বৰ। তেঁওৰ বাহিৰে স্বৰ্গত বা প্রিথিৱিত কোনো ইস্বৰ নাই।

এই ৰূপে আদি কালৰে পৰা এতিয়ালৈকে ইস্বৰৰ পৰম ভকতবিলাকক জগতৰ লোকে অনেক দুখ তাড়না কৰি আচে, আৰু ইয়াৰ প্রমান প্রভু য়িচু খ্রিষ্টে আপোন ভক্তবিলাকত কলে, মোৰ নামৰ নিমিত্তে জগতৰ লোকে তোমোলাকক নিন্দা কৰি খেদাৰ আৰু কোনোবোৰক বধ কৰিবলৈ সোধাই দিব, কিন্তু তোমোলাকে মানুহলৈ ভই ন কৰিবা, কিয়নো সিবিলাকে সৰিল মাথোন মাৰিব পাৰে, জিৱ মাৰিব নোৱাৰে, কিন্তু জি জনে জিৱ, আৰু সৰিল দুইকো নৰকত নষ্ট কৰিব পাৰে, কেৱল তেঁওকেই ভই কৰিবা। এই সকল কথা সিবিলাকে সুঁৱৰি, আপোন প্রানকো ইস্বৰৰ বাক্যত এৰি দিবলৈ সঙ্কা ন কৰে।

জিসব পৰম ভক্ত হৈৰেক ভাই,  
ইস্বৰ আজ্ঞা সিৰে ধৰি থাকিব সদাই;  
মৰনতো সিসবৰ ন হৰ সংসই,  
মুক্তিৰ আহ্লাদে সিতো থাকিব নির্ভই।

খ্রিষ্টৰ নামত জদি ভূঞ্জি থাকে দুখ,  
তাকো সহি সিতো নৰে কৰিবেক সুখ;  
স্বৰ্গৰ আনন্দ সব মনত পৰিব,  
খ্রিষ্টৰ প্রেমতে মন মজিয়া থাকিব।

সেৱা প্রেমে জিতো জনে ভক্তিত ৰহিব,  
অনন্ত ঐস্বৰ্জ সুখ স্বৰ্গত লভিব;  
কিন্তু জিবিলাকে জানি তাড়না কৰিব,  
প্রচণ্ড নৰক জুয়ে তাহাকে দহিব॥ ন. ল.

---

এই অৰুনোদই পত্র মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ সুৰত দিলে ১॥ চ মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোঙা। মো সিৱসাগৰ, আগষ্ট ১৮৪৬ খ্ৰিষ্ট অঃ শক। নম্বৰ ৮।

VOL. I. SIBSAGOR, ASAM, AUGUST, 1846. NO. 8.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

মাজুলি চাপৰিৰ কমলাবাৰি মৌজাৰ, বুদু নামেৰে, কেঁওট কুলিয়া মানুহ এজনে, জুলাই মাহৰ ১৩ তাৰিখে, পানি বৰ্ষা সময়ত, ৰাতি পুৱা ঘৰৰ পৰা নাৱেৰে অলপ ওচৰ ঠাইলৈ জাঁওতে এটা বনৰিয়া মঁহ ওলাই, তাক খুঁচি মাৰিলে; পাচে সেই মঁহটো লৰ মাৰি তাৰ ঘৰৰ ওচৰে জাঁওতে, শ্ৰী লম্বো নামেৰে তাৰ পুতেকে বাপেকৰ গা টোকা গামোচা খন মঁহৰ সিঙ্গত ওলমি থকা দেখি চিনি পাই, বাপেকক মাৰিলে হেন জানি, সি গৈ বিচাৰি বিচাৰি মৰা সটো পাই আনিলে।

জোৰহাট মৌজাৰ ক্ৰিষ্ণদাস কলিতাৰ জিএক থকু নামেৰে ৮।৯ বচৰিয়া চোআলি জনি ২৭ জুলাই তাৰিখত বেলা ডেৰ পৰৰ সময়, টেঁকিয়া জুলি নৈত গৰুৰ নেগুৰত ধৰি সাঁতৰি পাৰ হওতে, নেগুৰৰ পৰা হাত এৰাই তললৈ গৈ, সেই চোআলি জনি মৰিল।

জুলাই মাহৰ ৩০ তাৰিখত জোৰহাটৰ শ্ৰীযুত পুৰন্দৰ সিংহ মহা ৰজাৰ কোসৰ ঘৰত দুআৰ মেলি, চোৰ সোমাই, পেৰা আৰু ৰূপাৰ টিঙ্গিৰি কাটি, কাপোৰ আৰু অলঙ্কাৰ ২৪১৪ টকাৰ বস্তু চোৰে নিলে; এতিয়ালৈকে চোৰ ধৰিব পৰা নাই, তথাপি মহা ৰজাৰ ভিতৰৰ মানুহে কুপৰামৰ্স কৰি নিয়াইচে বুলি দাৰোগাই মনেৰে ভাবিচে।

গুআলপাৰাৰ পৰা বস্তু ভৰা দি, শ্ৰী নন্দৰাম কৈয়াৰ দু স মোন ধৰা নতুন হোলোঙ্গ নাও এখন, সিৱসাগৰলৈ উজাই আহোঁতে, বাটত, লাওডোঁআৰৰ পোনে ব্ৰহ্মগৰাত বৰ্ত্তমান মাহৰ ৬ তাৰিখে ব্ৰুহ্মপুত্ৰৰ গৰা খহি বস্তুএ সৈতে তললৈ গল। গুৰিয়ালে সৈতে নাও বৈচা ৭ সাত জন মানুহ সাঁতৰি বামলৈ উঠিল। নাও খনৰ দহ এস টকাই সৈতে বস্তুৰ দাম চ স টকা মান নষ্ট হল, কিন্তু নাও বুৰা ঠাইৰ পৰা সেই মানুহবোৰ বামে আহি এই মাহৰ ১৯ তাৰিখে সিৱসাগৰত থকা সেই কৈয়াৰ আগত বতৰা কলেহি।

কলিকতাত শ্ৰী গোবিন্দ চন্দ্ৰ দত্ত নামে এক বাবুএ দুখিয়া বেমাৰি মানুহক বিনা মুল্যে দৰৱ দিবলৈ এক বেজ, আৰু দৰৱ ৰখা দোকান পাতিচে।

জুন মাহৰ ১২ তাৰিখে বঙ্গাল দেসত পাদপুকৰ নামেৰে এক ঠাইত দুই জন মতা মানুহ একজনি তিৰোতা আৰু এটা লৰা মুঠে ৪ চাইটা মানুহ ওচৰা ওচৰিকৈ থিয়হৈ থাকোঁতে, অকস্মিতে ওপৰৰ পৰা বজ্ৰু পাত পৰি মতা এটা মাইকি একজনিএ মিত্যু হল, কিন্তু সিটো মানুহ আৰু লৰাটো দুয়ো ৰখ্যা পৰিল।

কলিকতাত কোনো বঙ্গালি বাবুবিলাকে প্ৰসাদপুৰান নামে এক নতুন সমাচাৰ দৰ্পন চাপিবলৈ ধৰিচে।

কলিকতা নগৰত এক জুগ্যতদিপিকা ভাস্কৰ নামেৰে ইংৰাজি, বঙ্গালি, হিন্দি, ফাৰচি, আৰু আৰবি, এই পাঁচ ভাসাৰে এক সমাচাৰ দৰ্পন, নাজিৰউদ্দিন নামেৰে এক মৌলবিএ সেই মাহত প্ৰথম নম্বৰ চাপিচিল, কিন্তু এতিয়া চলাব নোআৰা হেতুকে চাপিবলৈ এৰিলে।

চিন্ধ দেসৰ কৰাচি নগৰত ৰাজ মাউৰ হাআত, জুন মাহৰ ৯ দিনৰ ভিতৰতে ইউৰপিয়া ৮৯৫

জন, কম্পানিৰ চিপাহি ৬০০ মান, আৰু আন মানুহো ৭০০০ সাত হেজাৰ মান মৰিল।

লঙ্কাত, কাফি, কুহিয়াৰ, নাৰিকল, এইবিলাকৰ বেলেগে বেলেগে কেতবোৰ বাগিচা আচে, তাতে বনৰিয়া হাতিবোৰে আহি বাগিচাৰ সস্য সাৰ খাই, মানুহক অনেক দুৰ্গতি কৰে দেখি, হাতি কমতি হবলৈ হাতি মৰা মানুহক শ্ৰীযুত গবৰমেণ্টৰ পৰা হাতিটে পতি ১০০ টকা কৈ কপ দিচে।

জেনটৌ নামেৰে এখন আমেৰিকাৰ জাহাজ, কলিকতাৰ পৰা আমেৰিকা মিল দেসৰ বস্তুন নগৰলৈ জাওতে, কেইপ অফ গুড হোপৰ ওচৰতে ২১ এপ্ৰেলত বৰ সিলত খুন্দা লাগি ভাগিল। সেই সময়ত বৰ বতাহ হোআত ওখ ঢৌ উঠি, কষ্টৰ নামে এজন সাহাব, আৰু উআট নামেৰে এজনি মেম সাহাব, তেওঁৰ দুই লৰা আৰু চাকৰ এজনি, ঢৌএ পাই সাগৰত পেলাই মাৰিলে; আৰু জাহাজত থকা আন মানুহবোৰ কোনো মতে ৰখ্যা পৰিল; কিন্তু বস্তু লৈতে জাহাজ খন নষ্ট হল।

গুআনা নামেৰে এখন জাহাজত, ঘোৰা, গৰু, ঘেহুখান আদি কৰি ভৰাই, দখিন আস্ত্ৰলিয়াৰ পৰা মৰিচ মাজুলিলৈ জাওতে, জুন মাহৰ ২৪ তাৰিখে বৰ সিলত লাগি, সেই জাহাজ খন ভাগিল। মানুহবিলাকে জাহাজত থকা সৰু নাওত উঠি বামলৈ গল। ঘোৰা, গৰু, দামুৰি আদি, এই সকলো জন্তু, গৰা ওচৰ দেখি, আটাই সাঁতৰি বামলৈ উঠি ৰখ্যা পালে।

জাহাজত খাজানা ভৰাই জাওতে, সাগৰৰ মাজত ডকাইতে পাই, মাৰি, কাটি, লুট কৰি, জাহাজ নষ্ট কৰাৰ কথা জি ৭ সাত নম্বৰ অৰুনোদইত চাপা হৈচিল, তাৰে কথা পাচে অন্য সমাচাৰ পত্ৰৰ দোআৰাই বুজা হৈচে, সেই কথা ভুল; কিয়নো আগেএ কোনো দুষ্ট লোকৰ পৰা সেই বতৰা পাই চাপা গল।

মেই মাহৰ ২৫ তাৰিখত শ্ৰীশ্ৰী মতি বিক্তৰিয়া মহা ৰানিৰ এক বাৰ দুহিত্ৰি জন্মিল।

ইটালি দেস আৰু ৰুমি ধৰমৰ অধিকাৰ, পাপা গ্ৰেগৰি, জুন মাহৰ প্ৰথম তাৰিখত মিত্যু হল। বয়স ৮১ একাসি বচৰ হৈচিল। সেই গ্ৰেগৰি নামে আগেএ ১৫ পাপা আচিল, এতিয়া মৰা জনে সৈতে ১৬ জন হৈচিল।

আফ্ৰিকাৰ দখিন কালে, কেইপ অফ গুড হোপৰ পৰা ইংৰাজিএ জি দেস পালিচে, তাৰ সিমাত কাফিৰ দেস আচে। সেই কাফিৰ মানুহবোৰে, ইংৰাজিৰ লগত ৰন কৰিম বুলি, ঠাইএ ঠাইএ সৰহ সেনা গোট খাই, ইংৰাজিৰ সেনা সেই ঠাইত অধিক নাই দেখি, গাঁওবোৰত সোমাই, মানুহ কাটি, ঘৰ জুই লগাই, গৰু আদি কৰি বস্তু লুটি নিএ। সেই কাফিৰ মানুহবোৰক ৰন জিকি খেদিবৰ নিমিত্তে, কেইপ অফ গুড হোপৰ পৰা ইংৰাজিএ অধিক সেনা, আৰু অস্ত্ৰ সস্ত্ৰ আদি কৰি পঠাবলৈ গোটাইচে।

আমেৰিকা মিল দেস আৰু মেক্‌চিকো, এই দুই দেসৰ মাজত, সিমাৰ পৰা বিবাদ লাগি, সিমাৰ ওচৰত দুয়ো কালে, মেক্‌চিকো সেনা আঠ হেজাৰ মান, আমেৰিকা মিল দেসৰ তিনি হেজাৰ মান সেনাই জুম পাতি আচিল; পাচে মেই মাহৰ প্ৰথম তাৰিখে, সেই তিনি হেজাৰৰ ভিতৰৰ ৭০ জন মান সেনা চৰাং চোআ হৈ ফুৰোঁতে সি আঠ হেজাৰৰ দুস তিনি স মান সেনাই লগ পাই, জুধ কৰি, ১৫।১৬ জন মাৰক মৰা আৰু এখ্যা মৰা কৰি, ইবোৰক ধৰি নিলে; কিন্তু এক কাপ্তান সাহাবে, জন চেৰেক মান মানুহে সৈতে, পলাই গৈ, আপোনাৰ জুমত সোমাই, বতৰা দিলে। পাচে দুয়ো দেসৰ মাজত ৰন হোআৰ সম্ভৱ হেন জানি, আমেৰিকা মিল দেসৰ অধিকাৰবোৰে সেই তিনি হেজাৰ সেনাৰ লগত সহাই হবলৈ, আৰু ৰন জিকি, মেকচিকো সেনাবিলাকক খেদাবৰ নিমিত্তে, আৰু অধিক সেনা অস্ত্ৰ সস্ত্ৰ আদি কৰি গোটাইচে। §

## বাপেক, পুতেক, আৰু গাধ।

**The Old Man, his Son, and the Ass.**

এটা বুৰা মানুহ আৰু তাৰ এটা পুত্ৰ, দুয়ো এটা গাধক বেচিবৰ নিমিত্তে হাটলৈ লৈ গৈচিল। বাটত এটা মানুহে দেখা পাই কলে, তোমোলাক বিচই বুধি নাই কিয়া মানুহ; আপুনি খোঁজ কাঢ়ি গৈ দুখ পাইচা, গাধ এনেই গৈচে। ইয়াকে সুনি

সেই বুৰাই আপোনাৰ পুতেকক গাধৰ ওপৰত তুলি দি আপুনি খোজ কাঢ়ি জাবলৈ ধৰিলে। কিচুমান বাট গলত আৰু এটা মানুহে সেই লৰাকে কলে বোলে, তুমি আপুনি গাধৰ ওপৰত উঠি গৈচা, তোমাৰ বুৰা পিতা খোজ কাঢ়ি গৈচে ভাল কৰিচা! তাৰ বাপেকে এই কথাতে লাজ পাই আপোনাৰ লৰাকে নমাই আপুনি উঠিল। কিচুমান বাট গলত ত্ৰিতিয়টো বাটৰুআই কলে বোলে, দেখা, ই কেনেকুআ নিৰমি মানুহ, আপুনি গাধৰ ওপৰত সুখেৰে গৈচে, সৰু লৰাই খোজু কাঢ়োতে কাঢ়োতে তাৰ ভৰিত বৰ দুখ পাইচে। ইয়াকে সুনি, সেই বুৰাই আপোন পুতেকক আপোনাৰ পাচ ফালে তুলি ললে। ইয়াকে দেখি আৰু এজনে বুলিলে, হেৰা মিতিৰ, এই গাধ তোমাৰ নে? বুৰাই কলে, হই আমাৰতো। তাতে সেই মানুহে বুলিলে, দুইৰো ভাৰ ববলৈ ইয়াৰ কি সক্তি আচে? তাতকৈও গাধক ভাৰ ববলৈ তোমোলাকৰহে বল আচে। ইয়াকে সুনি বাপেক পুতেক দুয়োটা গাধৰ পৰা নামিল, আৰু তাৰ চাৰি ভৰি বান্ধি আপুনি কান্ধে ভাৰ বৈ নিলে। কিচুমান দুৰলৈ



গলত এডাল সাঁকোৰ ওপৰে সিইতক জাবৰ দেখি সকলো মানুহে ৰবকৈ হাঁহিব ধৰিলে। তাতে বুৰাই অসন্তোস পাই গাধক পানিত পেলাই দিলে, পাচে ঘৰলৈ উভতি জাঁওতে মনত খেদ কৰিব ধৰিলে, হাই হাই, সকলো লোকক সন্তোস কৰিবৰ কাৰনে কাৰ্বাৰ কৰিলোঁ, ইয়াতে কোনো লাভ ন হল, গাধও চুকাল। এই দৰে জি মানুহে আপোন গিয়ানেৰে বিচাৰ কৰি নো চোআকৈ লোকৰ কথাত চলি ফুৰে, তাৰ অৰলো হানি হই; আৰু সকলো লোকে তাক উপহাস কৰাত আপুনিও পাচত অসন্তোস পাই। দ.



## চৰক পুজাৰ বিৱৰণ।

The Charak Puja.

বঙ্গাল আৰু হিন্দুস্থানত নিবাস কৰা হিন্দুবিলাকে, বচৰি বচৰি চোত মাহত চৰক পুজা কৰা নিতি ৰাখি আচে; কিন্তু এই বচৰত চৰক পুজাৰ দিন হোআত মুৰচিদাবাদ জিলাৰ মানুহবিলাকে এনে দুখ অকাৰনতে নি দিবলৈ সেই জিলাৰ শ্ৰী জুত বিচাৰ পতিএ আগ্যা দি নিসেধ কৰিলে।

সেই চৰক পুজা এনে ৰূপে কৰে:—এটা খুঁটা পুতি তাৰ মুৰত চতিৰ নিচিনা পথালি তাম এডাল দিএ। পাচে মানুহ এজুম সিৱ দললৈ সেৱা কৰিবলৈ জাই, নাইবা সেই খুঁটাৰ গুৰিতে সিৱৰ নামেৰে সেৱা কৰি, এজোৰ পাৰ চৰাই এৰি দিএ। তেতিয়া জি জন মানুহক ৰবধি আৰি দিবলৈ মন কৰে, সেই মানুহ জনে উবুৰি হৈ পৰে, আন এজনে তাৰ পিঠিত ৰবধি অৰা ঠাইত চিন দিএ, আন এজনে সেই চিনতে চপৰিয়াই খামোচ মাৰি চাল টানি ধৰে, আৰু আন এজনে সেই পোনে ৰবধি সুমাই দিএ। পাচে ৰবধিত জৰি লগাই সেই মানুহটো পথালি তামৰ একালে মুৰত টোপনি আৰি দিএ, সিফালে মুৰত ৰুই লগাই ২।৩ জন মানুহে ধৰি, লৰি ঘূৰাই ফুৰে। তাতে জন চেৰেকে সংখ, ঘন্টা, কাঁহ আদি কোবাই, ওপৰলৈ হাত দাঙ্গি, ধনিকৈ থাকে। কেতিয়াবা কেতিয়াবা চাল চিগি, মানুহ পৰি, হাড ভৰি ভাগে, আৰু কেতিয়াবা মৰেও; সেই নিমিতে কোনো কোনোএ তাৰ কঁকালত কাপৰ মেৰাই বান্ধি দিএ। আৰু এক কিতাপত লিখিচে ইংৰেজি ১৮০০ সকত ৫ পাঁচ জনি মাইকি মানুহকো সেই ৰূপে ৰবধি আৰিচিল

কোনো মানুহে আপোন সৰিলক দুখ দি,

কোসৰ চাল ফুটাই, জৰি সুমুআই, আন মানুহৰ হতুআই টনা টনিকৈ লৈ ফুৰাই। কোনো কোনোএ আপোন জিবা লোৰ গজালেৰে ফুটুআই, আৰু সেই জিবাত সাপ, জাটি, জোজ আদি কৰি, এৰেকুআ বস্তু সুমাই দিএ; আন কোনোএ জলি থকা মুইৰ আঙ্গঠাৰ ওপৰত থোঁজ কাৰ্হি ফুৰে; এই ৰূপে কৰিলে ধৰম হই, আৰু ইশ্বৰ তুষ্ট হবৰ আসাৰে আৰু আন অনেক প্ৰকাৰেও মানুহৰ গাত দুখ দি থাকে।

কিন্তু মানুহে আপোন সৰিলত এনে দুখ দিয়াত পৰম ইশ্বৰে তুষ্ট নে পাই; জদি আন কোনো ধৰমি মানুহক, দুষ্ট লোকে খিয়াল কৰি চৰুপ ধৰমৰ নিমিত্তে তাড়না কৰি দুখ দিএ, তেন্তিয়া সহি থাকিলে ইশ্বৰে আসিৰ্বাদ দিএ।

পৰম ইশ্বৰ বৰ মৰমিয়াল; মানুহে আপোনাৰ গাত দুখ দিলে তেঁও তুষ্ট ন হই, আৰু পাপকো খেমা ন কৰে; কিন্তু জি কোঁনোএ পাপৰ নিমিত্তে মনত খেদ পাই ইশ্বৰৰ আগত চৰুপ মনেৰে সৈ কাৰ্হে, আৰু সকলো কুকৰম এৰি, বিশ্বাস মনেৰে আমাৰ প্ৰভু য়িচু খ্ৰিষ্টৰ নামেৰে প্ৰাৰ্থনা কৰে, ইশ্বৰে তাৰ পাপ সকলো খেমা কৰে। §

## ধৰমৰ কথা বাত্ৰা।

Religious Intelligence.

আফ্ৰিকাৰ পুব ফালে ৪০০ চাৰি স মাইলৰ অন্তৰত মাদাগাস্কৰ নামে এখন বৰ মাজুলি আছে। তাত থকা মানুহ ৪০০০০০০ চলিচ লাখ মান হৈছে। ধৰমৰ কথা হলে, সেই মানুহে স্ৰিষ্টি কৰ্ত্তা এক ইশ্বৰ আছে বুলি জানে; কিন্তু নিষ্পাপি পবিত্ৰ আৰু মানুহক পালন সাসন কৰোঁতা এনে ইশ্বৰ বুলি হ্ৰিদয়ত বোধ নাই। ইশ্বৰক জি নামেৰে মাতে, সেই নামেৰে প্ৰতিমা, দৈৰ, আৰু মৰা লোককো বোলে। সিহঁতৰ প্ৰতিমাৰ বিসেস আকাৰ নাম নাই; ধনিকৰে আপোনাৰ ইচাৰ দৰে আকাৰ আৰু নাম দি মুৰ্ত্তি সাজে। ৰাজ ধনৰ ৰখ্যক বুলি এক প্ৰতিমাক মানে; গাঁৱে পতিও ৰখ্যা কৰা প্ৰিথক প্ৰিথক মুৰ্ত্তি দেৱতাক মানে।

লণ্ডন মিস্যনেৰি সমাজৰ লোকে সেই উপদিপলৈ পাদুৰি সাহাবক পঠাবলৈ অনেক বচৰৰ আগেয়ে মন কৰিচিলে; সেসত ১৮২০ ইং সঁকত শ্ৰীজুত জোঞ্চ সাহাবে আহি লৰাক পৰ্হা বলৈ পৰ্হা সালি পাতি সেই দেসৰ ৰজাৰ পৰা অনেক উপকাৰ পালে। পাচে অনা অনা পাদুৰি লোকে তেঁওৰ সহাই হবৰ নিমিত্তে আহিলে; আৰু ইশ্বৰৰ অনুগ্ৰহেৰে পোন্ধৰে বচৰৰ ভিতৰত ধৰম পুথি খন ভাসাৰে ভাঙ্গি চাপা কৰা হল, আৰু ২৫০০০ ত্ৰাক্ত অৰ্থাত সৰু কিতাপ চাপা হল। ৰাজ নগৰত অনেক লোকেৰে খ্ৰিষ্টিয়ান দুই সভা হৈছিল; তাত বাজে কোনো কোনো গাঁৱতো সভা আচিল, আৰু দু স মান মানুহ বিশ্বাস কৰি খ্ৰিষ্টিয়ান ধৰমৰ আচৰন প্ৰবৰ্ত্তিলে।

সেই ৰজা মৰিলত তেঁওৰ ৰানিএ সিংহাসন কাৰ্হি ললে। খ্ৰিষ্টিয়ান ধৰমত অতি বিৰোধ হৈ ৰানিএ পাদুৰি লোকক খেদাবলৈ মন কৰি সেই উপদিপ এৰি জাবলৈ ১৮৩০ সঁকত আগ্যা দিলে, আৰু আপোনাৰ মানুহক খ্ৰিষ্টিয়ান ধৰমক আচৰিবলৈ নিসেধ কৰিলে। তাৰ পৰা মিস্যৰিলাকলৈ অতি বিগ্ৰহ হোআত খ্ৰিষ্টিয়ান কোনো কোনো মানুহক মাৰিলে, কোনো কোনোক বন্দি কৰি বেচিলে; সেস থকাবিলাৰে সত্ৰুৰ হাত সাৰিবৰ নিমিত্তে নাইবা ইশ্বৰৰ স্তুতি প্ৰাৰ্থনা কৰিবৰ নিমিত্তে গহিন হাবিত আৰু পৰ্বতৰ কোটৰত সোমাইহে আচিল। সিবিলাকৰ কেতবোৰ মানুহে মৰিচ নামে এটা মাজুলিলৈ জাহাজত পলাই এতিয়া তাতে আছে; কিন্তু জিবিলাকে ধৰমৰ নিমিত্তে মৰনৰ দুখ ভোগ পালে, সিবিলাক, অতি সৰহ।

## প্ৰিথিবিৰ পূৰ্ব্বকালিয় ইতিহাসৰ সংখেপ বিবৰন।

Brief History. From the Creation to the Confusion of To

প্ৰিথিবি স্ৰুজা পৰা প্ৰাই চ হেজাৰ বচৰ হৈ প্ৰিথিবি স্ৰুজন কালৰে পৰা এতিয়ালৈকে, কাল হৈ আছে, সেই কাল তিনি ভাগে বেৰে হই; প্ৰথম ভাগ স্ৰুজাৰ পৰা জলপ্লাবনলৈকে সোল স চাপন বচৰ। দুতিয় জলপ্লাবনৰ পৰা খ্ৰিষ্টৰ জনমলৈকে তেইচ স আঠ চলিচ বচৰ।

ত্ৰিতিয় খ্ৰিষ্টৰ সময়ৰে পৰা আজিলৈকে আঠৰ স চই চলিচ বচৰ। এই দৰে ভাগে ভাগে কাল খিতি কৰাৰ উপকাৰ এই, জে প্ৰিথিৱি সৃজনৰে পৰা জি কৰম হৈ আচে, সেই সকলো কৰমৰ সময়ে সময়ে নিৰোপিত হৈ মনত থাকে।

ইশ্বৰৰ আগ্যা অনুসাৰে প্ৰিথিৱি সৃজন হল। ইশ্বৰে চই দিনত এই জগতক সৃজন কৰি, সপ্তম দিনা আপোনাৰ কৰমৰ পৰা বিস্ৰাম কৰিলে, জি হেতুক তেঁওৰ উদ্দেস সিধি হল। এই কাৰনে ইশ্বৰে আগ্যা কৰি আচে, জে সকলো মানুহে সপ্তাহৰ এক দিৱস সংসাৰিক কৰমৰ পৰা বিস্ৰাম কৰিব, আৰু সেই দিনেই ইশ্বৰলৈ মন ঠাৱৰ কৰি ৰাখিব। তেঁও দু জনক প্ৰথমতে সৃজিলে, পুৰুস এজন, তিৰি এজন, সেই দুয়ো জন নিস্পাপি। জেতিয়ালৈকে সেই তিৰিৰ মনত পাপ প্ৰৱেস ন কৰিলে, তেতিয়ালৈকে সিবিলাক দুয়ো জনে এদন উদ্যানত পৰম সুখে কাল খেপন কৰিলে। পাচে সেই তিৰিএ ইশ্বৰৰ আগ্যা লংঘন কৰি, আপোনাৰ স্বামিকো সেই দৰে কৰিবলৈ প্ৰৱিৃত্তি দিলে। তেতিয়াৰে পৰা সকলো লোকে নিতান্তে পাপ কৰি আচে, আৰু সৰ্ব্বদা সুখলৈ চেষ্টা কৰিচে, কিন্তু সুখ কেতিয়াও পোৱা ন হই। প্ৰিথিৱিৰ প্ৰথম কালত লোকবিলাকে জি পৰম সুখে ৱসতি কৰিচিল, এই কথা সকলো জাতি লোকৰ মাজত একে দৰে আচে। গ্ৰিকবিলাকে সেই সময়কে সুবৰ্নময় বুলি কই; হিন্দু লোকবিলাকে সেই সময়কে সত্য জুগ বুলি কই। পাপৰ সহিত অন্যাই, আৰু বধ, আৰু অসত্য, আৰু আন আন সকলো কুকৰম জগতত প্ৰৱেস কৰিলে। আদামৰ দুই পুত্ৰ আচিল, কইন আৰু হাবেল। হাবেল আপোনাৰ ভায়েকতকৈ ধৰমি আচিল, সেই নিমিত্তে তাৰ ভায়েকে তাক বধ কৰিলে।

পাচে মানুহৰ সন্তান বাঢ়িবলৈ ধৰিলে সিহঁতৰ দোআৰাই প্ৰিথিৱি জেন সিদ্ধে পৰিপূৰ্ন হই, এই কাৰনে সেই সময়ৰ মানুহৰ আয়ুস, এতিয়াৰ মানুহৰ আয়ুতকৈ দিঘল আচিল। মিথুসলৰ আয়ুস সকলো লোকৰ অয়ুসতকৈ দিঘল, তেঁও ন স উনসত্তৰি বচৰ জিয়াই আচিল ধৰম সাস্ত্ৰৰ বাহিৰে আৰু কোনো পুথিত জলপ্লাৱনৰ পূৰ্ব্ব কালৰ লোকবিলাকৰ বিৱৰন নিচই লিখন নাই।

প্ৰিথিৱি সৃষ্টি হোআ সোল স বচৰৰ পাচত ইশ্বৰে লোকবিলাকৰ পাপৰ নিমিত্তে জলপ্লাৱনৰ দোআৰাই প্ৰিথিৱি নষ্ট কৰিবলৈ স্থিৰ কৰিলে, আৰু সেই কালত অতি জথাৰ্থিক নূহ নামেৰে এজনক ইশ্বৰে জাহাজ নিৰ্মান কৰিবলৈ আগ্যা কৰিলে। সেই জাহাজ তৈয়াৰ হলত, নূহ আৰু তেঁওৰ ভাৰ্য্যা, আৰু তেঁওৰ তিনি পুত্ৰ, আৰু সিবিলাকৰ তিনি ভাৰ্য্যা, সকলোএ আঠ জন, আৰু সকলো জন্তুৰ এজোৰ এজোৰ সেই জাহাজত সোমালহি। তাৰ পাচত প্ৰিথিৱি জল-



প্লাৱিত হল, আৰু সেই জাহাজৰ ভিতৰত থকা মানুহৰ বাজে আন কোনো লোক ৰখ্যা নে পালে। সোল স চাপন বচৰ প্ৰিথিৱি হোআৰ পাচত এই কৰম হল, আৰু এই কৰমতে প্ৰিথিৱিৰ আয়ুস প্ৰথমৰ ভাগ সমাপ্ত হল।

সকলো জাতিৰ মাজত এই প্ৰিথিৱিৰ নাসক জলপ্লাৱনৰ কথা প্ৰথমৰে পৰা আজিলৈকে চলিচে, আৰু তাৰ স্বভাৱিক চিন সকলোতে পোৱা জাই। জি জি বস্তু কেৱল একে ঠাইতে জন্মে আন ঠাইত ন জন্মে সেই সেই বস্তু মৃত্তিকা খানিলে তাৰ দূৰ দেসতো কেতিয়াবা কেতিয়াবা পোৱা জাই। জদি প্ৰিথিৱিৰ স্বভাও জলপ্লাৱনত ওলট পালট নো হোআ হলে, তেন্তে এনে এক দেসৰ বস্তু আন দেসৰ মৃত্তিকাৰ মাজত পোৱা ন গলহেতেন।

জি জি দেসৰ মাজত বিদ্যা আগেএ চলিচিল, সেই সেই দেসৰ বিৱৰন লিখকবিলাকে প্ৰিথিৱিৰ

প্ৰথম আয়ুৰ বিসয়ে আপোন আপোন ইচাৰ দৰে বৰ্ননা কৰি আচে। লোকবিলাক অগিয়ান হোআতে সাহসি হৈ, কোনো কোনোএ প্ৰিথিবিৰ আয়ুস দহ হেজাৰ বচৰ কই, কোনো কোনোএ এক লাখ, কোনোএ কোনোএ দহ লাখ, আৰু কোনো কোনোএ কই জে প্ৰিথিবি অনাদি। ইয়াতে কোনো দুই দেসৰ লোকৰ মতেও প্ৰিথিবিৰ আয়ুস একে মত ন হই, এই কাৰনে প্ৰায়ে সকলো গননা মিচা জেন দেখা জাই। কিন্তু জি জাতিৰ মাজত জোতিঃ গননা আচে, সিইঁতে গ্ৰহ নখ্যত্ৰ আদি কৰি গমন অনুসাৰে কাল লেখ কৰিচে, আৰু সিইঁতে প্ৰিথিবিৰ জি জি আয়ুস কল্পনা কৰিচে সেই কাল কেৱল গ্ৰহবিলাকৰ পথত এবেলি ভ্ৰমন কৰাৰ কাল মাত্ৰ। এই দৰে মিচৰ দেসৰ মানুহবিলাকে, গ্ৰহৰ গমনৰ দোআৰাই প্ৰিথিবিৰ কাল বৰ্ননা কৰি চৌত্ৰিস হেজাৰ পাঁচ স পঁচিচ বচৰ বুলি কঁই। আৰু হিন্দু লোকবিলাকে প্ৰিথিবিৰ চাৰি জুগ কৰি তাৰ পাচত এটা মহা প্ৰলই কল্পনা কৰি আচে। হিন্দু জোতিস গনকবিলাকে দেখিলে জে জদি সকলো গ্ৰহ কোনো এক সময়ত এটা ৰাসিৰ পৰা বাহিৰ হলহেঁতেন, তেন্তে চলি গৈ গৈ সিইঁতে ইমান লাখ বচৰৰ পাচত পুনৰাই সেই ৰাসিতে একত্ৰ হব। এই মহা সমই সিইঁতে প্ৰিথিবিৰ আয়ুস বোলে। কিন্তু ইয়াতে প্ৰিথিবিৰ নাস আৰু স্থিতি থকা কি সমন্ধ হব পাৰে! জি হেতুক প্ৰিথিবি আপনি এটা গ্ৰহ, আৰু আন সকলো গ্ৰহৰ মাজত চলি, সেই সময়ত এটা ৰাসি ভোগ কৰিব।

[illegible]পানি এস চলিচ দিনলৈকে বল। পানি সুকালত পাচে সেই জাহাজ আৰমনি নামে দেসত থকা আৰাৰাত পৰ্বতৰ ওপৰত লাগি বল পাচে নুহ আৰু তেঁওৰ পৰিয়াল আৰু সব [illegible] জিৱ বাহিৰ হৈ পুনৰাই প্ৰিথি[illegible] ওপৰত জ[illegible]হিল। জদি আমি সেই সময়ৰ সকলো জাতিৰ ইতিহাস পৰ্হো, তেন্তে প্ৰিথিবি সেই সময়ত নতুন আচিল ইয়াকে নিচই জনা হব। সেই নতুনৰ লখ্যান এই; জলপ্লাৱনৰ কতক বচৰৰ পাচত প্ৰিথিবিত বন হল, আৰু কাল অনুক্ৰমে মানুহ জাতি বাৰ্হিল, আৰু লাহে লাহে সৰু সৰু গাঁও জন্মিল, পাচে কাল অনুক্ৰমেৰে (নগৰ আদি) হল। এই হেতুকে সেই সময়ৰ লোকৰ প্ৰধান সত্ৰু বন পসু; জিবিলাকে সেই পসু মাৰি, লোকবিলাকৰ উপকাৰ কৰিবলৈ কাৰ্বাৰ কৰিচিল, সেই লোকৰ প্ৰসংসা সকলো কবিতাত্ আচিল। সেই সময়ৰ বিধি আৰু প্ৰিথিবিৰ নতুনৰ অনুসাৰে স্থিৰ আচিল। সেই কালৰ লোকবিলাকৰ আচাৰ বেৱহাৰ অতি সুগম আচিল আৰু সেই সময়ৰ ৰাজ সাসন ৰজাৰ দোআৰাই ন হই, কিন্তু এক এক ৱংসৰ লোক সকলো একত্ৰে থাকে, সেই সেই ৱংসৰ ব্ৰিধ লোক সকল সিইঁতৰ অধিকাৰ। সিবিলাকৰ কবিতাতে কেৱল বিৰ, আৰু সাহসিবিলাকৰ প্ৰসংসা আৰু গৰু মেৰ চাগ আদি পোসন পালনৰ কৰম। এই সকলো কৰমৰ দোআৰাই প্ৰিথিবিৰ নতুন হোআ জনা জাই।

জলপ্লাৱনৰ দু স বচৰৰ পাচত মানুহবিলাক বাৰ্হিলত সিইঁতে এখন নগৰ আৰু ইটাৰে বৰ ডাঙৰ ওখকৈ ঘৰ সাজিবলৈ কাৰ্বাৰ কৰিলে, তাতে সিইঁতে এনে ভাবিলে জদি কেতিআবা পুনৰাই জলপ্লাৱন হই তেন্তে তাৰ উপৰত উঠি ৰখ্যা পাম। তেতিয়াৰ কালত সকলো মানুহৰ একে ভাসা আচিল, কিন্তু ইশ্বৰে সিইঁতৰ ভাসা বেলেগ বেলেগ কৰাৰ নিমিত্তে কাৰো কথা কোনেও বুজ নে পাই, সেই সব আধা সজাকৈ এৰিলে। (সেই বৰ ডাঙৰ ঘৰৰ নক্সা তলত লিখা আচে)। সেই ঘৰৰ নাম বাবেল আচিল, পাচে সেই ঠাইতে এক ৰাজ নগৰ পাতিলত, সেই নগৰ বাবেলন নামেৰে বিখ্যাত হল। তাৰে পৰা জগতত বেলেগ বেলেগ ভাসা হল। ম.





## হাতিৰ বিবৰণ।

পৃথিবিত থকা জি জি চাৰি ভৰিয়া জন্তুবিলাক এতিয়া দেখা জাই, সেই সকলো জন্তুতকৈ হাতি অতি ডাঙ্গৰ। তাৰ জন্ম স্থান আচিয়া আৰু আফ্রিকা, আচিয়াত জিমান ডাঙ্গৰ হাতি পোআ জাই, আফ্রিকাত নে পাই।

কোনো২ হাতি ৭।৮ হাত মান দিঘল, ওখই ৬।৭ হাত। কেতিয়াবা এস চকুৰি মান বচৰ জিএ। মাইকিবোৰে এটাকৈ পোআলি জগাই, পোআলি জগোঁতে দু হাত মান ওখ, আৰু ১৪।১৬ বচৰলৈকে ডাঙ্গৰ হৈ বাঢ়ে। মাইকি হাতিৰ পিয়াহৰ বাট আগ ঠেঙ্গৰ মাজত থাকে; জেতিয়া পোআলিএ পিয়াহ খাই, মাকে একে ঠাইতে থিয় হৈ মুঁৰৰ আগেৰে ধৰি, অতি মৰমকৈ খুআই।

হাতিৰ ৰূপ দেখিবলৈ কদৰ্জ। তাৰ চকু অতি সৰু, কান বৰ ৰহল, বিচনিৰ নিচিনাকৈ তাৰ মুৰ আৰু ডিঙ্গি ডাবেই বিচি থাকে। ৰৰনুটো অলপ কলা। তাৰ মুৰ, গাটো, আৰু ভৰিবোৰো ডাঙ্গৰ, কন্তু ঠেঙ্গ নিচইএ চুটি।

হাতিৰ সকলো অঙ্গৰ ভিতৰত মুঁৰ ডাল বৰ চমত্কাৰ আৰু বৰ দিঘল, তাৰ ভিতৰত আঙ্গ-

চিৰ নিচিনাকৈ পকোআ নসিব দৰে, দুই বাট আছে; আৰু সুঁৰৰ আগত এক প্ৰকাৰ আঙুলি থাকে। তাৰেই অতি সৰু বস্তুকো মাটিৰ পৰা তুলিব পাৰে, আৰু জি জি তাৰ খোআ পিয়া বস্তু খাই, সুঁৰেৰে মুখত তুলি ভৰাই দিএ। তাৰ ভিতৰত ২।৩ কলহ মান পানি ৰাখিব পাৰে। তাৰ সুঁৰত বৰ বল, মানুহক তাৰ ওপৰলৈ তুলিব পাৰে, আৰু হাবিত ফুৰোঁতে, মজলিয়া আৰু সৰু গছবোৰ সুঁৰেৰে ভাঙি, তাৰ বাট মুকলি কৰে। সুঁৰৰ বাহিৰে হাতিৰ আনবোৰ অঙ্গ উপকাৰ ন হই।

ডাঁহ, মহ, আৰু চেৰেপা আদি কৰি জেতিয়া তাৰ কামোৰে, তেতিয়া হাতিএ গছৰ ডাল ভাঙি সুঁৰেৰে আপোনাৰ গাত কোবাই থাকে।

হাতিএ সৰহ পানি পালে বৰ ভাল পাই, আৰু গা ধুৰলৈ অতি আনন্দ হই, সুঁৰেৰে পানি লৈ আপোনাৰ পিঠিত বেলিএ বেলিএ চটিয়াই দিএ, সেই পানিৰে মাউতে তাৰ গা ঘঁহি ধুআই। সাঁতৰি আৰু বুৰ মাৰি অনেক দূৰলৈ জাব পাৰে।

জেতিয়া ৪।৫ মাহ বয়স হলে, মতা হাতিৰ দুই দাঁত ওলাই। এবছৰ ডেৰ বছৰৰ মুৰত সেই পিয়াহ খোআ ওপজা দাঁত সৰে; পাছে জি দাঁত ওলাই, সেই দাঁত সদাই থাকে। কেতিয়াবা সেই দাঁত ৪।৫ হাত দিঘল আৰু দুই মোন মান গধুৰ হই, কিন্তু ইমান ডাঙৰ দাঁতেৰে হাতি সৰহ পাৰলৈ নাই। সেই দাঁতৰ পৰা বহুত লাভ, সেই হেতুকে জি দেসত সেই জন্তু থাকে, সেই দেসৰ হাবিত মানুহে বিচাৰি, মাৰি ফুৰে। আফ্ৰিকাত থকা হাতিবোৰৰ দাঁত আন হাতিতকৈ ভাল আৰু দৰ সৰহ। হাতিৰ দাঁতেৰে অনেক ভাল বস্তু সাজিব পাৰে।

হাতিএ কুঁহিয়াৰ খাবলৈ বৰ ভাল পাই; সেই হেতুকে কোনো মানুহে সেই হাতি মাৰিবৰ নিমিত্তে কুঁহিয়াৰ কালি, বৰ বিহ সুমুআই থই, পাছে হাতি আহি সেই কুঁহিয়াৰ খাই, বিহ লাগি, হাতি মৰে।

কোনো মানুহে হাবিত হাতি ধৰোঁতে খোঁৰ লাগি, পাছে মানুহে খেদি নি লাউকৰা হাতি দেখাই খোঁৰলৈ সুমাই লাং মাৰি বান্ধে। পাছে বুঢ়ৰে তিতিত আৰু ভবিতো বৰ ফই লগাই, বান্ধি থই। দুই তিনি দিন ঘাঁহ খাব নি দিয়াকৈ বল কম কৰি, দুটা ঘৰচিয়া হাতিৰ মাজত সুমাই, লৈ ফুৰাই, জাতি কৰে; কেতিয়াবা এক মাহৰ মুৰত মাউতে অকলে লৈ ফুৰাব পাৰে।

কোনো ঠাইত মানুহবোৰে বৰ গাঁত খানে, গছৰ ডাল, খেৰ আদি কৰি, গাঁত ঢাকি, পাছত মানুহবোৰে হাতি খেদি তাতে পেলাই দিএ, পাছে বৰ ফই লগাই ধৰি আনে।

হাতিৰ ৰতাওটো কোমল আৰু তাৰ বৰ খঙটো প্ৰকাস ন কৰে; ইমান ডাঙৰ জন্তু তেও এক মানুহে তাক চলাই লৈ ফুৰাব পাৰে, আপোনাৰ মাউতৰ মাত বুজি পাই, আৰু বেগতে আগ্যা মানে।

হাতিএ, অকলেই থাকি ভাল নে পাই, কিন্তু জুম পাতি থাকে, ডাঙৰ মতা হাতি ৰখিয়া হৈ, জুমৰ আগত সদাই ফুৰে।

বৰ নৈ পাৰ হওতে কেতবোৰ ডাঙৰ হাতি আগত কেতবোৰ পাছত হৈ, পোআলি আৰু সৰু হাতিবোৰ মাজত সুমাই, সিহঁতে হটে সিটে ধৰা ধৰিকৈ একে বেলিএ সাঁতৰি পাৰ হই।

কেতিয়াবা বগা হাতি পোআ জাই। মান আৰু চাম দেসৰ ৰজাবিলাকে এনে বগা হাতি পালে বৰ আনন্দ হই, আৰু কিনিলে অতি সৰহ ধন দিএ। সেই হাতিৰ ওপৰত কোনো মানুহ নুঠে, কিন্তু ৰজাৰ দৰে সেই হাতিৰ ৰকআ, ফুকন, অনেক বিসয়া আছে, আৰু জেতিয়া সেই হাতি ওলাই চিপাহিবোৰ আগে পাছে জাই, আৰু চত্ৰ আদি কৰি অনেক অস্ত্ৰ সস্ত্ৰ ৰজাৰ দৰে লৈ ফুৰাই, আৰু লোকে দেখিলে প্ৰনাম কৰে। §

---

এই অৰুনোদই পত্ৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈছে। আদিতে দিলে বছৰত দাম এটকা, বছৰৰ মুৰত দিলে ১॥ চ মহা।

THE ORUNO'DOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোঙা। মোং শিৱসাগৰ, চেপ্তেম্বৰ ১৮৪৬ খ্রিষ্ট অঃ সঁক। নম্বৰ ৯।

VOL. I. SIBSAGOR, ASAM, SEPTEMBER, 1846. NO. 9.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

শিৱসাগৰৰ উজনি ইঁাহ চৰা মৌজাত ৰায়ত লোকৰ খেতি মঁহে নষ্ট কৰি থকাত বৰ্ত্তমান মাহৰ ১ তাৰিখে দিনতে হাবিৰ পৰা সেই মঁহ ওলাই বোআ গাঁওতে ভালেমান মানুহে দা জাঠি লৈ খেদোঁতে, শ্ৰী সৰুৰাম নামেৰে এজনক সিঙ্গেৰে গদিয়ালে, আৰু খেহেটা নামেৰে এজনক গদিয়াই আৰু কান মোটাৰ পোনে খোঁচ মাৰি জোকাৰি পেলাই হাবিলৈ গুচি গল; পাচে সিইতৰ লগৰ মানুহবোৰে আহি, সেই খোঁচা মানুহটক কোৰাকৈ ঘৰলৈ নি অনেক দৰৱ জাতি দিয়াতো ভাল ন হৈ সেই ৰাতি থাকি তাৰ পাচ দিনা খেহেটা মৰিল।

মোকাম গোলাঘাটৰ ওচৰত জুলাই মাহে তিনি জন মানুহ কোৰ ধৰিবলৈ পথাৰলৈ গৈচিলে, তাতে এটা বৰ গাহৰি ওলালত, তাকে খেদিবলৈ সিইঁতে হাই মাৰিলে, কিন্তু গাহৰিএ উভতি আহি এজন মানুহক খুন্দা মাৰি মাৰিলে, আন দুজন লৰ মাৰি গচৰ ওপৰত উঠিল গৈ; পাচে গাহৰিক খেদিব পাৰিম বুলি সেই দুজন মানুহে গচৰ পৰা নামি, সিইঁতৰ কোৰ হাতত লৈ খেদিবলৈ গল, তাতে গাহৰিএ আকও উভতি খেদি আহি সিইঁতৰ এজনক খুন্দা মাৰি কামুৰিলে, আৰু এজনক খুন্দা মাৰি দুখ দিলে, পাচে গাঁৱলিয়া মানুহে আহি দুয়ো জনক ঘৰলৈ নিলত, দিন চেৰেকৰ মুৰত সেই খুন্দিয়াই কামোৰা জন মৰিল, আৰু দুখ পোআ জন বধ্যা পৰিল।

চৈখোআৰ ওচৰত, তিনি চাৰি মাহৰ আগেএ এজন দোআনিয়া মানুহে আন এক জন মানুহক কাটি বধ কৰিলে, পাচে ডিবুৰু বিচাৰ পতিএ দোষ পোচ কৰি সেই মানুহ বধি জনক বৰ্ত্তমান মাহৰ ৮ তাৰিখত মোকাম ডিবুৰুগৰত ফাঁহি দিলে।

গুআহাটি আৰু নগাঁৱৰ পৰা চিঠিবোৰত লিখিচে, বান পানিৰ কাৰনে ঠায়ে ঠায়ে কঠিয়া আৰু পথাৰৰ বোআ আদি কৰি নষ্ট হোআত ৰায়ত লোকৰ বৰ হাহাকাৰ হৈচে। শিৱসাগৰ আৰু ডিবুৰু জিলাত জেনেকৈ গৰু, মঁহ, পহু আদি কৰি পানিৰ কাৰনে সৰহ মৰিচিল, সেই দৰে আন জিলাতো মৰিল। আৰু সেই সময়তে নগাঁও জিলাত মঁহে খুঁচি মানুহ দুই তিনি জন মাৰিলে।

খেহ দেসৰ পৰা কলিকতাত চিঠি পোআ হৈচে, তাতে লিখিচে বোলে, জুলাই মাহৰ ৮ তাৰিখত, কাণ্টন নগৰত কিবা বৰ হুৰা মুৰা লাগি খেহ মানুহ ১৩ জন মৰিল, ২০ জন মান এধা মৰা হল।

আগষ্ট মাহৰ ১৬ তাৰিখত আবৰ মানুহ ৪০০ চাৰি স মান জন চোৰাংকৈ জিৰি এদেন নগৰ লবলৈ ৰাতি আহিচিল। কিন্তু তাতে থকা ইংৰাজি সেনা বোৰে খেদিলে। ৰাতি পুৱা হলত সেই চাৰি সৰ ভিতৰৰ ৩ জন এধা মৰা আবৰ মানুহ পালে, আৰু সিইতৰ পৰা বুজিলে বোলে, আবৰ মানুহ ৬০০০। ৮০০০ মান ১৭ তাৰিখৰ ৰাতিত আহি ৰন কৰিবলৈ থিৰ হৈচে। কিন্তু সেই দিনৰ ডাক আহিল আৰু তাৰ পৰা বতৰা পোআ নাই।

৭ জুলাইৰ লণ্ডনৰ ডাকে ১৭ আগষ্টত কলিকতা পালেহি।

ইংলণ্ড দেসত বেহা বেপাৰ কৰিবলৈ জাহাজেৰে অনা বস্তু কানন মতে হাট খোআই ৰৰকৈ দান কটাত বেপাৰি লোকে মৰগকৈ বেচে, তাতে দুখিয়া মানুহে কিনিব নোৱাৰাত অনেক দুখ পাইচিল, আৰু খোআ বস্তু নে পাই ৰায়ত লোক মৰিবৰ সংসই হৈচিল। এই হেতুকে খোআ বস্তু অৰ্থাত ধান আদিৰ দান এতিয়া কমাবলৈ আৰু তিনি বচৰৰ মূৰত গুচাবলৈকো নতুন কানন পাতিবৰ নিমিত্তে চেৰ ৰবৰ্ত পিল সাহাব প্ৰধান ৰাজ মন্ত্ৰিএ ২৭ জানোআৰিত ৰাজ মেলৰ আগত নিবেদন কৰিলে, (জেনেকৈ এপ্ৰেল অৰুনোদইত চপা হৈচিল,) তাতে অনেক দিন বাদ বিচাৰ কৰি ২৫ জুনত সেই দান গুচাম বুলি থিৰ কৰিলে।

ইংলণ্ডৰ প্ৰধান ৰাজ মন্ত্ৰি চেৰ ৰবৰ্ত পিল সাহাবে শ্ৰীশ্ৰী মতি মহা ৰানিৰ সাখ্যাত তেঁওৰ ৰাজ মন্ত্ৰি ৰাৰ সমৰ্পন কৰিলে। তাতে মহা ৰানিএ শ্ৰীযুত লৰ্ড জন ৰচেল সাহাবক মাতি আনি সেই ৰাজ মন্ত্ৰি বিসই দিলে। তেঁৱে আপোন ইচাৰে ৰাজ বিসই চলাবলৈ নতুনকৈ সহাইবোৰ বাচি ললে। এতিয়া সিবিলাকেসৈতে দেস পালন কৰি আছে।

ইতালি দেসৰ আৰু ৰুমি ধৰমৰ অধিকাৰ জি পাপা গ্ৰেগৰি মিৃত্যু হোআ সম্বাদ আগষ্ট মাহৰ অৰুনোদইত চাপা হৈচিল, তেঁওৰ বদলি নকৈ অধিকাৰ এজন ১৬ জুনত পাতিলে। তেঁওৰ বিসইৰ নাম, পাপা পিঅচ্ নৱম, নতুন নাম ললে। আৰু এক পত্ৰত লিখিচে বোলে, ৰাজ্যৰ অহিত আচৰন কৰা আৰু অবিহিত প্ৰবৰ্তাবিলাকক জি ১৮৩৬ সকৰ পৰা বন্দি কৰি থৈচিল, তেঁৱে এতিয়া সকলো খেমা কৰি মুকলি কৰি দিলে।

আমেৰিকা মিল দেসৰ আৰু মেক্‌চিকো ৰনৰ কথা এক সমাচাৰ দৰ্পনত লিখিচে; মেই মাহৰ ৮ তাৰিখত আমেৰিকা মিল দেসৰ দুই হেজাৰ তিনি স মান সেনাই, মেক্‌চিকো সাত হেজাৰ মান সেনা লগ পাই, দুয়ো জুধ কৰি, মেক্‌চিকো সেনাবোৰক জিকিলে। তাৰ পাচ দিনত আৰুও জুধ কৰাত জিকি, নৈ পাৰকৈ খেদিলে, আৰু আঠোটা বৰ টৌপ, ধাৰ, গুলি আদি কৰি তিনি খন নিচান কাঢ়ি ললে; আৰু ১০০ এস মান মেক্‌চিকো মানুহ এক প্ৰধান সেনাপতিএ সৈতে ধৰি ৰখালে। সেই দু বেলিৰ ৰনত আমেৰিকাৰ সেনা ৪৩ মৰিল, আৰু মেক্‌চিকোৰ সেনা ৩০০ তিনিস মান আৰু এক প্ৰধান সেনাপতিও মৰিল। তাৰ পাচত আৰুও দুই তিনি বাৰ জুধ কৰাত আমেৰিকা সেনাবিলাকে জিকি, খেদি, মেক্‌চিকো নগৰ আৰু গাঁও খন চেৰেকো ললে।

আমেৰিকাৰ নুয়ৰ্ক নগৰৰ পৰা ৩০ জুনত পত্ৰ লিখিচে, আমেৰিকাৰ সেনাবিলাকে মেক্‌চিকো দেসত সোমাই গৈ আছে, আৰু সিইতে সৈতে আৰুও ৰন কৰিবলৈ ১৬০০০ মান মেক্‌চিকোৰ মানুহ গোট খাইচে। §

---

## গিয়ান সভা আৰু স্কুলৰ বিবৰন।

**Lyceums and Schools.**

ইউৰপ আৰু আমেৰিকা দেসবোৰত নগৰে নগৰে অনেক গিয়ানৰ কথা বাদ বিচাৰ কৰিবৰ নিমিত্তে কেতবোৰ মানুহে সভা পাতি, মাহে মাহে দুই চাৰি বাৰ সিবিলাকে গোট খাই, জাৰ জাৰ মনে জি কথা থাকে, সেয়ে নিবেদন কৰি এই ৰূপে বাদ বিচাৰ কৰে। এজনে জুইতকৈ পানিৰ গুন অধিক বুলি বাদ দিএ, আৰু এজনে পানিতকৈ জুইৰ গুন অধিক বুলি অনুবাদ কৰে। তাতে দুয়ো কালে অনেক প্ৰমান উলিয়াই, সেই কথা থিৰ হৈ নি চিগে মানলৈকে বাদ অনুবাদ কৰি থাকে। পাচে আৰু এজনে নিবেদন কৰি কোনো কথা উলিয়াই দিএ, তাতে আগৰ দৰে বাদ বিচাৰ কৰে। কলিকতা নগৰত জি জি হিন্দু আৰু মচলমান ডেকা মানুহবোৰে অনেক বচৰৰ পৰা স্কুলত সিখিচিল, সিবিলাকে সেই দৰে ৪|৫ টা সভা পাতি আছে, আৰু এতিয়া সুনিচোঁ বোলে, হিন্দু কলেজত, অৰ্থাত কম্পানিৰ এক প্ৰধান স্কুলত, বিদ্যা সিখি পৰিপুৰ্ন হোআ অনেক লোকে তিনি খন নতুন গিয়ানৰ সভা পাতিলে, সেই সভাৰ লোকে কেতিয়াবা কেতিয়াবা গোট খাই ইংৰাজি আৰু বঙ্গালি ভাসাৰে বিধ বিধ গিয়ানৰ কথা বাদ বিচাৰ কৰে। সিৱসাগৰৰ জিলাতো সেই ৰূপে সকৈ গিয়ানৰ সভা এখন পতা হৈ-

চে। আৰু জদি অসম দেসৰ ঠায়ে ঠায়ে এনে সভা পাতে অতি ভাল হব।

কলিকতাৰ হৰকৰা সমাচাৰ দৰ্পনত লিখিচে, ক্রিষ্ণনগৰ জিলাত কম্পানিএ এক কলেজ পাতিলে, তথাপি তাতে থকা পাদুৰি সাহাবৰ স্কুলত সিকা লৰাবোৰে অতিসই বাৰ্হিচে, এই কাৰনে সেই জিলাত থকা মানুহবিলাকে আপোনাৰ সন্তানবিলাকক গিয়ান বিদ্যা সিকাবলৈ আগতকৈও বৰ ইচা হৈচে। এতিয়া অসম দেসৰ মানুহবিলাকৰো আগতকৈ আপোন আপোন লৰাবোৰক সিকাবলৈ মন আচে, তেও ইয়াতকৈও মানুহবিলাকৰ বৰ ইচা হবলৈ আমি বাঞ্চা কৰোঁ; নগৰত থকা ভদ্র লোকৰ সন্তানবিলাকক সদাই লিখা পৰ্হা সিকোআ দস্তুৰ আচে, আৰু গাঁৱত থকা এতৰপ ভাল মানুহেও সিহঁতৰ লৰাবোৰক সিকিব দিএ, কিন্তু কোনো কোনো গাঁৱৰ ভাল মানুহবোৰে সিকিব নি দিএ, আৰু সামান্য মানুহবিলাকেও নি দিএ, কাৰন, বোলে, হাল বোআ, কোদ মৰা আৰু ভুঁই ৰোআ দিন হল, সেই নিমিত্তে লৰাক এৰিব নোআৰোঁ, কিন্তু জেতিয়া ভুঁই কই এটাই তেতিয়া পৰ্হিবলৈ দিম, এই বুলি তিনি মাহ থাকি পাচে আকও কই বোলে, এতিয়া ধান পকিল, ধান দাব আৰু কৰ্হিয়াব লাগে, এতিয়াও নোআৰোঁ কিন্তু ধান দাই এটাই পাচে সিকিব দিম। আৰু কিচু দিন থাকি কই বোলে, আফু তলিও অঁতাব লাগে, আৰু আফু হলে বাখিব লাগে, আৰু মুগা পোহাকে আদি কৰি এই ৰূপে কাৰন উলিয়াই উলিয়াই কৈ থাকোঁতে বচৰ পুৰ হৈ জাই, তেন্তে লৰাই কেনেকৈ সিকিব? এই দৰে বাপেক মাকে লৰাক ঘৰত ৰাখি আন বন কৰাই থাকিলে কেতিয়াও সিকিব নোআৰে; কিন্তু সেইবোৰ সহজ এৰি আপোনাৰ লৰাবোৰক সিকিবলৈ দিলে কিমান লাভ হব তাক মন ন কৰে। জদি কোনো লৰাই সিকে তেতিয়া তাৰ গিয়ান আৰু বুধি আন মানুহতকৈ বাৰ্হে, আৰু মানুহবোৰে মৰ্জাত কৰে, আৰু ৰূপ সোন, আদি কৰি সেই বিদ্যাতে অনেক লাভ আচে; লিখা পৰ্হা বিদ্যাৰ মান লাভ কতো নাই, আৰু সক কালতে এবেলি বিদ্যা সিকি লব পাৰিলে, চোৰেও নিব নোআৰে, ন মৰে মানে সদাই লগতেই থাকে। এনে নে হেৰোআ আৰু খাই নো হোআ বিদ্যা জেন বস্তু, জি লোকে নি সিকে, সক কালৰে পৰা বাপেক মাকৰ লগত থাকি বৰ ধেমালি কৰি কাল নিয়াই, পাচে ডাঙ্গৰ হলে সি আৰু সিকিব নোআৰে, তেতিয়া বয়সিয়া হলে কেতবোৰ মানুহে মনত খেদ কৰে, আমি লৰা কালতে লিখা পৰ্হা সিকিবলৈ ন হল, সিকা হলে বৰ ভাল হলহেঁতেন, কিন্তু তেতিয়া খেদ কৰা বেথা। আৰু জি লোক বিদ্যা হিন সি বৰ গিয়ানি ন হই আৰু বৰ মৰ্জাতো নে পাই।

কিন্তু বঙ্গাল দেসৰ পৰা জন চেৰেক বঙ্গালি, লৰাই জাহাজত উঠি মহা সমুদ্রে দি বিদ্যা সিকিবৰ নিমিত্তে মাটি আৰু গচ নে দেখাকৈ ইংলণ্ডলৈকে ৪।৫ মাহৰ বাট গল, আৰু সেই জোআ লৰাইতে এতিয়ালৈকে তাতে সিকি আচে, আৰু বিলাতৰ পৰা সমাচাৰ দৰ্পনত লিখা আহিচে, বোলে সাহাব লোকে সেই লৰাইঁতৰ মহলা লোআত, একে লগে পৰ্হা কোনো কোনো ইংৰাজি লৰাইঁতকৈও ভাল, আৰু সেই লৰাইতে সোনৰ তকমা অর্থাত তিক্কিত পিন্ধিবলৈ অলঙ্কাৰ, বঁটা পাইচে; তেন্তে দেখা সেই জসস্যা বিলাতৰ পৰা ইয়ালৈকে এতিয়াই ব্যাপ্ত হল, আৰু জেতিয়া পুৰকৈ সিকি স্কুলৰ পৰা ওলাই আহিব তেতিয়া কিমান গুন প্রকাস হব তাক কবই নোআৰি। আৰু সুনিচোঁ কলিকতাৰ পৰা আৰু ও জন চেৰেক লৰাই ইংলণ্ডলৈ জাবলৈ ইচা কৰিচে। সেই নিমিত্তে আমাৰ অসম দেসৰ মানুহবিলাকেও লৰাবিলাকৰ একেৰি মান বনক বৰ লাভ [illegible] কৰি, বিদ্যা সিকিবলৈ দিয়া, তেন্তে আমাৰ দেসত গিয়ানি আৰু সকলো প্রকাৰে [illegible]

---

## অৰুনোদই পৰ্হা সক লৰাবিলাকৰ প্রতি প্রথম প্রনই পত্র।

First Letter to the Little Readers of the Orunodoi.

হে প্রিয় লৰা সকল, এই দেসৰ বৰ্তমান অধিকাৰ সমুদ্ৰৰ মাজত থকা ইংলণ্ড নামেৰে এক সৰু উপদিপৰ পৰা এই দেসলৈ আহিল, সেই উপদিপ অসম দেসতকৈ সৰু, আৰু আমাৰ পৰা

উত্তৰ পচিম কোনে প্ৰিথিৱিৰ সিকালে আঠ হেজাৰ ক্রোস অন্তৰ।

ইংৰাজ লোক জেনেকৈ এই কালত আছে, পূৰ্ব্ব কালত তেনেকৈ নাছিল। অঠৰ স বচৰৰ আগৈএ সিইঁতৰ পসু চালৰ কাপৰ, আৰু সকলো সৰিলত ভয়ানক আক্ৰিতি আঁকিছিলে, আৰু হাবিত থকা অগিয়ান সন্যাসিৰ দৰে সিইঁতৰ মত আছিল, আৰু মিচা দেৱতা পুজা কৰি অতি নিৰ্দ্দয়া হৈ, অনেক জিয়াই থকা লোকবিলাকক পুৰি ভস্ম কৰিলে।

কিন্তু ইংৰাজ লোক এই কালত কিমান বেলেগ! সিইঁতেই প্ৰধান, ধনবান, বলবান, আৰু দয়া বান হৈছে। সিবিলাকৰ দেস মহা নগৰেৰে পুৰ, আৰু সেই নগৰবিলাক ভদ্ৰ আৰু গিয়ানি লোকেৰে সমপূৰ্ন হৈ আছে। জি কৰম হেজাৰ মানুহে, বা হেজাৰ ঘোঁৰাই, বা আৰু বলধিৰেও কৰিব নোআৰে, সিইঁতে এটা কলেৰে নিপুন ৰূপে কৰে। সিবিলাকৰ জাহাজ ৰাজ পুৰিৰ সমান, আৰু প্ৰিথিৱিৰ সকলো ঠাইতে ভ্ৰুমন কৰিব পাৰে। সিবিলাকে হিন্দুস্থানলৈ আহিল, আৰু দখিনে লঙ্কাৰ পৰা উত্তৰে কাস্মিৰলৈকে সকলো লোকে সিবিলাকক মিত্ৰ আৰু ৰখ্যাক জেন দেখে।

সিবিলাকৰ ইমান বেলেগ হোআৰ কাৰন কি, তোমোলাকে কেনে বোধ কৰিচা? অগিয়ানি লোক কেনেকৈ গিয়ানবান হল, নিৰ্দ্দয়া লোক দয়ালু, দৰিদ্ৰ লোক ধনবান, নিৰ্ব্বলি লোক বলি, দুখি লোক সুখি কি প্ৰকাৰে হল? ইয়াৰ কাৰন সুনা:

ইংৰাজ লোকে সত্য গিয়ান বিচাৰি পালে, আৰু ধৰম সাস্ত্ৰত জেনেকৈ ইশ্বৰৰ আগ্যা প্ৰকাস হৈছে তেনেকৈ কৰিবলৈ চেষ্টা কৰিলে! জি জি উত্তম আৰু মহান, আৰু গিয়ান বিসিষ্ট, আৰু পবিত্ৰ তাকেহে ইশ্বৰে ইচা কৰে! জি সকলো তেঁওৰ ইচাৰ বিৰোধে কৰম কৰে, সেই বিলাকে ইহকালে পৰকালে দুখ পাই; কিন্তু জি সকলো তেঁওৰ ইচাৰ দৰে কৰম কৰে, সেই লোকে ইহকালে পৰকালে সুখি হই।

আৰু হে মোৰ চোট বন্ধু লোক সকল, এতিয়া নোৰ্ধো তোমোলাকে কি নিমিত্তে ইংৰাজ লোকৰ তুল্য হোআ নাই? সিইঁতৰ সৰিল অসমিয়া লোকৰ সৰিলতকৈ বলি নে, নাইবা জন্ম কালত সিইঁতৰ মন তোমোলাকৰ মনতকৈ উত্তম হই নে? এনে ন হই, কিন্তু সিইঁতৰ অনেক গিয়ান বিদ্যা আছে, এই নিমিত্তে সিইঁতৰ সুখ কুসলাদি বাৰ্হি আছে।

এই উত্তম আৰু আচৰিত গিয়ান কত পাম, আৰু ইংৰাজৰ দৰে গিয়ানবান আৰু উত্তম হবলৈ আমি সেই গিয়ান কত পাম? এনে সুধিচা জদি, তেন্তে কঁও: এই সকলো গিয়ান ইংৰাজি পুথিত পোআ জাই, সেই ভাসা সিখ্যা কৰিলে, গিয়ান ভঁৰালৰ দুআৰ মুকলি কৰিব পাৰিবা। কিন্তু সকলোএ ইংৰাজিৰ ভাসা সিকিব নোআৰে; কোনো কোনোৰ আহৰি নাই, কোনো দৰিদ্ৰ আৰু কেতবোৰ অবোধ, তথাপি অগিয়ানি হৈ থাকিবলৈ এনে বিলাকৰ আৱস্যক নাই; অগিয়ানে থকাতকৈ অলপ গিয়ানি হোআ ভাল। এই হেতুক জিবিলাকে ইংৰাজি কিতাপৰ গিয়ান পাইচে, সিবিলাকে এই গিয়ান অসম দেসৰ ভাসাতে তৰ্জমা কৰি প্ৰকাস কৰোক, তাতে প্ৰাই সকলৰো কিচু গিয়ান লাভ হব, এই দেসৰ ভাসা অতি উত্তম হৈ জাব, আৰু ক্ৰমে ক্ৰমে গিয়ান বাৰ্হিবলৈ ধৰিব। তোমোলাকৰ অনেক উত্তম কিতাপ হব, আৰু তাৰ ভিতৰত ধৰমৰ বিসয়ে, আৰু সকলোৰে বিদ্যাৰ বিসয়ে গিয়ান পাবা। তোমোলাকে জদি ভদ্ৰ আৰু সম্ভ্ৰান্ত হব খুজিচা, তেন্তে ইংৰাজি ভাসা সিকিবা। জদি সিল্প বিদ্যা, আৰু বানিজ্য, আৰু উত্তম বেৱস্থা, আৰু ৰাজ নিতি, আৰু ধৰম আদি কৰি সকলো বিসয়ে জানিবলৈ ইচা কৰা, তেন্তে ইংৰাজি ভাসা সিকিবা। জদি এই দেসৰ সকলো লোকৰ আদৰ আৰু প্ৰসংসা পাব খোজা এই ভাসা সিকিবা, আৰু তাতে তোমোলাকৰ জি গিয়ান জন্মিব তাক এই দেসৰ ভাসাত লিখি প্ৰকাস কৰিবা। এই ৰূপে দৰিদ্ৰ আৰু অগিয়ান লোকৰ অনেক উপকাৰ হব। ইংৰাজি ভাসা সকলো গিয়ানৰ সাগৰ; এই দেসৰ ভাসা নদি স্বৰূপ হই গিয়ানৰ জল প্ৰত্যেক গ্ৰামে আৰু জিলালৈ নিএ।

অসম দেসৰ লৰাবিলাক মোৰ অতি প্ৰিয়, এই

নিমিত্তে প্ৰধান লোকহ লৰাবোৰৰ নিচিনাকৈ জেন গিয়ানি, আৰু সুখি হোআ, তোমোলাকলৈ এই পত্ৰ লিখিলোঁ। তোমোলাকৰ মাজত অনেক স্কুল আচে, তালৈ গৈ সকলো বিধৰ গিয়ান সিকিবা। অনেক উত্তম কিতাপো আচে, তাক কিনি লোআ, আৰু গিয়ান পালে জদি তাক চাৰিও ফালে লোকৰ মাজত প্ৰকাস কৰিবলৈ কাৰ্বাৰ কৰা, তেন্তে এই অসম দেসৰ লোক ক্ৰমে ক্ৰমে উত্তম, গিয়ানি, আৰু বলবান হব পাৰে। ইস্বৰে তোমোলাকক আসিৰ্বাদ কৰোক। ম.

## উত্তমাসা অন্তৰিপ ঘূৰি, ইউৰপৰ পৰা ভাৰতবৰ্সলৈ প্ৰথম আহিবৰ কথা।

**First Discovery of the Passage around the Cape of Good Hope.**

কলম্বচে জি ৰূপ নবিন প্ৰিথিবি প্ৰথমে দেখিলে, সেই কথা মাৰ্চ অৰুনোদইত লিখা আচে; এতিয়া উত্তমাসা অন্তৰিপ ঘূৰি ভাৰতবৰ্সলৈ প্ৰথমে অহাৰ কথা লিখা জাব। কলম্বচৰ অহা সুখ্যাতিৰ পাঁচ বচৰৰ পাচত, অৰ্থাত চৈধ্য স সাতানৈ সঁকে, এই ডাঙ্গৰ কৰ্ম হল। এই কৰ্মৰ প্ৰয়োজন সম্পূৰ্ন ৰূপে জানিবৰ নিমিত্তে, পুৰ্বকালিৰ কথা কিচু জানিব লাগে; এই হেতুক সেকন্দৰ সাহ বাহাদুৰৰ কালৰ পৰা কথন কৰিম। সেই সেকন্দৰ সাহ দুই হেজাৰ এক স নিৰানৈ বচৰ হলত জন্মিল। তেঁও ইউৰপৰ ভিতৰত থকা গ্ৰিক দেসৰ কেৱল এটা প্ৰদেসৰ ৰজা আচিল; তেঁও সকলো দিগ্বিজই কৰি আচিল মাত্ৰ তেঁওৰ কিৰ্তিৰ কাৰন এনে ন হই, কিন্তু তেঁওৰ কৰ্মত নিপুন ৰূপে প্ৰকাস হই। জি জি মহা ৰাজ্য তেঁও খিৰ কৰিলে, তাৰ প্ৰতিপালনৰ অৰ্থে তেঁৱে জোগ্য। সেই সময়ত প্ৰিথিবিৰ মাজতে পাৰস দেসৰ ৰজা প্ৰধান আচিল; তথাপি সেকন্দৰ সাহ অতি অলপ সেনাৰেই পাৰস দেসৰ ৰাজ্যত প্ৰবেস কৰিলে, আৰু ভাৰত বৰ্সলৈ আহি, আটক নামে নগৰৰ ওচৰত, সিন্ধু নদিকে এখন দলঙ্গেৰে পাৰ হল; জি হেতু সেই ঠাইতে সিন্ধু নদিৰ সোঁতৰ বেগ নাইকিয়া, আৰু অধিক দ ন হই। পাচে পঞ্জাব দেসত থকা বিপাচা নামে নদিলৈকে প্ৰবেস কৰিলে, কিন্তু তেঁওৰ সেনাবিলাকে বিস্তৰ দুৰ অহাতে ভাগৰে পিৰিত হৈ, তেঁওৰে সৈতে আৰু জাবলৈ অসম্মত হল; আৰু সেই থনৰ পৰা তেঁওক ওলটালে। সেকন্দৰ সাহ বানিজ্য বেপাৰৰ দোআৰাই প্ৰিথিবিত থকা লোক সকলৰ অধিক উপকাৰ হোআ জেন জানি, বানিজ্যৰ বিসয়ত অতি মনোজোগ কৰিলে, আৰু মিচৰ দেসতে এক মহা নগৰ নিৰ্মান কৰি আপোনাৰ নাম অনুসাৰে আলেক্সান্দ্ৰিয়া নাম থলে; ভাৰত বৰ্সত



সেই নগৰৰ নাম সেকন্দৰাবাদ। সেই নগৰ একালৰ নকচা ইয়াতে আচে। ইউৰপ আৰু আচিয়া আৰু আফ্ৰিকা এই দেসবিলাকৰ মধ্যে সেই খন নগৰ উত্তম ঠাইতে থাপনা হল, আৰু সেই তিনি দেসৰ বেহা বানিজ্যৰ জোগ্য সেই নগৰ। সেকন্দৰ সাহৰ মৰনৰ পাচে পোন্ধৰ স বচৰলৈকে সেই প্ৰিথিবিৰ মাজত প্ৰধান বানিজ্য স্থান আচিল; পুৰ্ব দেসৰ সকলো বানিজ্য তাৰ মধ্যে সোমাল, আৰু তাৰ পৰা ইউৰপৰ সমস্ততে বিয়াপিল।

সেকন্দৰ সাহ সিন্ধু নদিৰ মুখ, অৰ্থাত সাগৰত পৰা ঠাইৰে পৰা পাৰ্সিৰ গল্ফ অৰ্থাত মহা খালে জাবলৈ জাহাজৰ পথ কাৰ্বাৰ কৰিলে, আৰু সেই কাৰ্জ সিধি কৰিলে। তেঁও বিপাচা নৈতে দুই হেজাৰ নাও জুগুত কৰিলে, আৰু নিয়াৰ্কস নামে এটাকে তাৰ অধিকাৰ বিসই দিলে; তাৰ লগতে এক লাখ কুৰি হেজাৰ সেনা, আৰু দুই স হাতি চলিলে। তাৰ সেনাৰ এভাগ নাৱতে তুলি ললে, আৰু এভাগ সেনা নৈৰ দুয়ো পাৰে ভৰিৰে খোজ কাঢ়ি চলিলে। তেঁও দুৰ্সাধ্য কৰ্ম কৰিবলৈ সাহসি আচিল, এই নিমিত্তে পদ গতিৰে ন গৈ আপুনি নাৱেৰে গতি কৰিলে। ন মাহে পাঁচ স ক্ৰোচ চলি সিন্ধু নৈৰ মোহনায় তাৰ

নাও আদি সকলো পালে হৈগৈ, সেই ঠাইতে নাওৰ পৰা নামি, আপুনি সেনা লৈ চলিলে, আৰু জাহাজ লৈ নিয়াৰ্কসকে পাৰসিৰ মহা খালে জাবলৈ আগ্যা দিলে। (মহা খাল) পাৰলৈ নিয়াৰ্কসৰ সাত মাহ লাগিল; এই কাম সিধি হোআত সেকন্দৰ সাহ এনে সন্তোস হল, জে তেঁও দিগ্বিজই হৈও এই কাৰ্জ কৰাতে আপোনাকে প্ৰসংসনিয়কৈ মানিলে; তথাপি নাৱৰিয়াবিলাক এনে অগিয়ানি আচিল, সিহঁতে জেতিয়া সিন্ধু নৈৰ মুখত জোআৰ ভাটা দেখিলে, তেতিয়া অতি ভই লাগি মনে ভাবিলে, জে দেৱতা সকল আমাৰ সকলত ক্ৰোধ কৰি আচে।

ইয়াৰ পাচত কাল ক্ৰমতে গ্ৰিক ৰাজ্য লুপ্ত হল, আৰু প্ৰাই সকলো প্ৰিথিবিৰ ওপৰত ৰোমানবিলাকে ৰহাঁ হল। হিন্দু লোকৰ দৰে ৰোমানবিলাকে ৰানিজ্য তুচ্চ কৰি, নিচ জাতিৰ হাতত দিলে; কিন্তু জেতিয়া ৰোমানবিলাকৰ পৰাক্ৰম বাঢ়িল, আৰু ৰোম নগৰ প্ৰিথিবিৰ ৰাজধানি হল, তেতিয়া ৰোমানবিলাকৰ সুখ সম্পত্তিৰ অনেক কাৰ্বাৰ হল, আৰু পূৰ্ব দেসৰ দ্ৰুবাৰ ৰেহা পুনৰ্বাৰ হৈ, বচৰি বচৰি অসংখ্য বহু মূল্য পাট সুতা কাপৰ, আৰু মচলা, আৰু মুক্তা আদি কৰি দ্ৰুব্য আলেক্সান্দ্ৰিয়া নগৰে দি ৰোম নগৰলৈ আহিচিলে; আৰু সিন্ধু নৈৰ মুখ আৰু পাৰসিৰ (মহা খালে) নিত্তৌ নিত্তৌ অহা জোআ কৰাতে কৰাতে নাৱৰিয়াই জানিলে, জে বতাহ চই মাহ চিকৈকৈ এক দিসে বই, আৰু চই মাহ তাৰ বিৰোধি দিসে বই। ইয়াকে জানি কোস এৰি, সাগৰৰ মাজে দি বায়ুৰ বেগে সিধে গতি কৰিলে, আৰু পূৰ্বৰ বতাহ ধৰিলে পুনৰ্বাৰ জাহাজ মেলি অতি সিঘ্ৰ কৰি উভটি আহিলে। এই মতে ৰোমান দেসৰ লোকে পূৰ্ব দেসৰ লোকৰে সৈতে বৰ ৰানিজ্য কৰিলে। এতিয়াও ত্ৰিপুৰাতে আৰু মান্দ্ৰাজৰ সমিপে থকা কোনো কোনো ঠাইতে মাটি খানিলে, ৰোমানৰ আগৰ মুদ্ৰা পোআ জাই; কিন্তু সিহঁতে গঙ্গাৰ তিৰতে থকা হিন্দুস্থান নে জানিলে, সিহঁতে মনে ভাবিলে জে অতি তাপৰ হেতুকে, তাতে থকা পহ আৰু মানুহ জিব নোআৰে।

আন এটা পথো আচিলে, সেই পথে দি ৰোমান দেসৰ লোকে পূৰ্ব দেসত সুখ সম্পত্তিৰ জোগ্য বস্তু পালে। দুই হেজাৰ আঠ স বচৰ হল, য়িহুদিয় লোকৰ ৰজা চলমন ৰানিজ্য ৰহাঁবলৈ কাৰ্বাৰ কৰিলে। য়িহুদিয় দেসৰ পৰা এস ক্ৰোসৰ অন্তৰত মৰু ভুমি অৰ্থাত সুন্য ভুমি আচে, সেই ঠাইতে অনেক ক্ৰোস পৰ্জন্তে একো গচ আৰু ত্ৰিন ন জন্মে। তাৰ মাজতে চই ক্ৰোস পৰিমান এখন স্থান আচে সেই উত্তম সস্যাদি জন্মে, কিন্তু তাৰ চাৰিও কালে অৰন্য মাত্ৰ; সেই ঠাইতে চলমন ৰজা পালমিৰা নামেৰে এখন বৰ সুন্দৰ নগৰ বহালে; এই দৰে সেই ঠাইত নগৰ বহোআ হলত সেই মৰু ভুমি দেসে দি তেতিয়া বেপাৰৰ নিমিত্তে গতি কৰিবলৈ লোকবিলাকৰ সুগম পথ হল; সেই নগৰ মৰু ভুমিৰ প্ৰদেসৰ এক চৰাই, অৰ্থাত আলহি থকা ঘৰ। পথুক লোক সকলে সেই স্থানত আপোনাৰ অৰ্থে জলাদি পাই পুনৰাই গতি কৰিব ধৰিলে। এই প্ৰকাৰে পূৰ্ব দেসৰ দ্ৰুব্য ফৰাত নৈৰ পৰা ভৰি গতিৰে লোক বিলাকে সেই মৰু ভুমিৰ নগৰে দি লৈ জাবলৈ ধৰিলে। ৰেহা বেপাৰৰ দোআৰাই সেই নগৰৰ এনে ঐস্বৰ্জ ব্ৰিধি হল, জেতিয়া ৰোমান বিলাকৰ পৰাক্ৰম অতিসই আচিল, তাৰ ৰজাই ৰোমানেৰে সহিতে যুধ কৰিলে। সেই নগৰ এতিয়া উচন হৈ আচে; সেই থান কেৱল বনৰ চোৰ, আৰু ডকাইতৰ বাসা মাত্ৰ; কিন্তু সেই নগৰ এনে ৰূপে নিৰ্মান কৰা গৈচিল জে প্ৰাই সোল স বচৰ বিনাস হোআতো, এতিয়ালৈকে ঠায়ে ঠায়ে অৱসেস পকি অট্টালিকা, আৰু মাজে মাজে লাগি ন থকা স্তম্ভ দেখি, লোকবিলাকে অদ্ভুত মানে।

ইয়াৰ পাচে অনুমান খ্ৰিষ্টৰ চাৰি স সংকে, ইউৰপৰ অজাতি লোকবিলাকে ৰোম দেসলৈ জলপ্লাবনৰ দৰে আহি সিহঁতৰ ৰাজ্য নষ্ট কৰিলে। সেই লোকৰ সজ আচাৰ বেৱহাৰ নাচিল, সিহঁতৰ সুখ সম্পত্তিৰ বাসনা কিচু নাচিল, এই হেতুকে পূৰ্ব দেসিয় লোকে সৈতে জি বেপাৰ আচিল সি এনেই লোপ হল; তথাপি ইউৰপৰ সিমাত থকা মহা ৰাজ্যৰ (ৰাজধানি) কনস্তান্তিনোপল নামেৰে, সিহঁতৰ অধিন কেতিয়াও

ন হল। এই বাজ নগৰলৈ পূৰ্ব্ব দিসৰ বেপাৰৰ বস্তু নিতান্তে আহি থাকিলে, কিন্তু অতি দূৰ আৰু অনেক বাধাৰ নিমিত্তে কমি হল।

দুই তিনি স বচৰত সেই অজাতি লোকৰ দোআৰাই সেই সেই দেস সুকিয়া সুকিয়া ৰাজ্য হল, আৰু ক্ৰমে ক্ৰমে বলিষ্ঠ আৰু জাতি হবলৈ ধৰিলে; আৰু সুখ সম্পত্তিৰ বাসনাও কৰিব ধৰিলে। এই কালে মচলমানবিলাকে মিচৰ দেস জই কৰিলে, আৰু আলেক্‌জান্দ্ৰিয়া নগৰ বেপাৰৰ প্ৰধান জোগ্য ঠাই দেখি, সিইঁতে সেই ঠাইৰে পৰা দখিন হিন্দুস্থানৰ পচিম লোকেৰে সৈতে বৰ বেপাৰ কৰিব ধৰিলে। সিইঁতে পূৰ্ব্ব দেসৰ অত বস্তু কিনিলে, তাৰ পৰা জাহাজেৰে আপোন দেসলৈ নি ইউৰপৰ মহাজনিয় লোকে আহি তাৰে পৰা কিনি আপোন আপোন দেসলৈ লৈ জাই। ইউৰপৰ মধ্যত ইটালি দেসত সেই অজাতি লোকৰ দোআৰাই বেপাৰ প্ৰথমে গুচি আছিল, পুনৰাই সেই ঠাইতে বেপাৰৰ প্ৰথমে আৰম্ভন হল; আৰু সেই ঠাইতে বেনিচ নামেৰে এখন নগৰ বেহাৰেই অতিসই ধনি হল, সেই নগৰৰ বেপাৰিবিলাকে আলেক্‌জান্দ্ৰিয়া নগৰলৈ গৈ দ্ৰব্য কিনি ইউৰপৰ সকলো দেসতে বিক্ৰই কৰিলে। ইটালি দেসৰ মাজতো আন আন নগৰ বেপাৰ কৰি ধনবন্ত হল। ম.

এই কথাৰ জি বাকি আচে, অক্টোবৰ মাহৰ অৰুনোদইত চাপা জাব। *(To be Continued.)*

## গ্ৰেইত ব্ৰিটেনৰ বিবৰন।

Great Britain.

জিবোৰ সাহাব এই দেসৰ সোধ বুজৰ কৰ্ত্তা হৈ আচে, সেই আটাইবোৰ সাহাব বিলাত নামেৰে দেসৰ পৰা আহিচে। সেই বিলাত দেস খন কোন পোনে আচে, আৰু কিমান নিলগ; আৰু কেনেকুৱা হৈ আচে তাকে অলপিয়া কবি কৈচো। সাহাববোৰে আপোনাৰ দেস খন বিলাত বুলি ন কই, কিন্তু সেই সাহাববোৰে সেই খন দেসক ইংলণ্ড বোলে, নাইবা ব্ৰিটেন্ বুলি কই, সেই খন দেস বঙ্গাল দেসৰ উত্তৰ পচিম পোনে আচে আৰু তালৈ জাবৰ দুটা বাট আচে, সাগৰৰ বাট এটা আৰু বাম বাট এটা। সাগৰৰ বাট বৰ নিলগ, প্ৰাই ৮০০০ ক্ৰোস হব, জিবোৰ জাহাজ ইংলণ্ডৰ পৰা কলিকত্তা নগৰলৈ আহে আৰু তালৈকে উভতি জাই, সেইবোৰ এই বাটে অহা জোআ কৰে এই বাটৰ নিয়ম এই: কলিকত্তাৰ পৰা লঙ্গৰ তুলি গঙ্গা সাগৰ সঙ্গম হোআ বাটে দি দু মাহ দখিন পচিম পোনে জাব লাগে। পাচে জাহাজ ঘুৰাই উত্তৰ মুখেৰে গলে আৰু দু মাহে গৈ ইংলণ্ড দেসত উপস্থিত হব পাৰে, এইটো বাটত কৈ বামে জোআ বাটটো বৰ চমু, সেইটো প্ৰাই ২৫০০ ক্ৰোস হব, তাৰে বিবৰন এই। কলিকত্তা নগৰত পাল্‌কিৰে জাব লাগিলে, ঠিক পচিম পোনে গলে ১২ বাৰ দিনে গৈ বম্বেই নামেৰে নগৰ পোআ জাই, সেই নগৰতে জাহাজ চপাই ২০ কুৰি দিনৰ মাজত গৈ মিচৰ নামেৰে দেসত উঠিব পাৰে, সেই খনত ওলাই গৈ চাৰি দিন পৰ্জ্জন্তে বামেৰে জোআ হই, পাচে আন এখন জাহাজত উঠি ১৫ দিনত ইংলণ্ড দেসত গৈ সোমাব পৰা জাই।

ইংলণ্ড দেসৰ উত্তৰ ফালে স্কটলণ্ড নামেৰে এখন দেস আচে, এই দুখন দেস সাগৰে বেৰি থাকে আৰু তাতে জি দিপ থাকে সিও ৩০০ ক্ৰোস দিঘল আৰু ১০০ ক্ৰোস পথালি। পূৰ্ব্বত এই দুখন দেস বেলেগ ৰাজ্য আছিলে। কিন্তু এতিয়া এক অধিকাৰ অৰ্থাত শ্ৰীশ্ৰী মতি মহা ৰানিএ দুটাৰ ভাল মন্দ বিচাৰ কৰে। ইংলণ্ডৰ পচিম ফালে অলপ নিলগত আৰু এখন দিপ আচে, তাৰ নাম আয়ৰলণ্ড: এই খন দিপ অনুমান ১৫০ ক্ৰোস দিঘল ৮০ ক্ৰোস পথালি আৰু সেই খনবো মহা ৰানি অধিকাৰ।

ইংলণ্ড দেসৰ মাটিবোৰ উৰ্ব্বৰা অৰ্থাত সকলো সসোৱে সম্পূৰ্ন হই, আৰু সেই খনত হাবি বন আৰু খেতি ক্ৰিসি ন কৰা মাটি প্ৰায়ে নাই, আৰু সেই দেসত সিমা নো হোআ সুন্দৰ গাঁও আৰু নগৰ আৰু ইটাৰে সজোআ ঘৰ আচে, ইংলণ্ড দেসৰ সৰহ মানুহ বেপাৰ কৰিএ বহু ধনি হৈচে, স্কটলণ্ড দেসত জাৰটো বৰ আৰু সেই খনত সৰহ পৰ্ব্বত আৰু চাহ ন কৰা মাটি, আৰু পথাৰ আচে, এই কাৰনে মানুহৰ সংখ্যা

অলপ আৰু সেইবোৰৰ ধনো সৰহ নাই, আৰু সেই ঠাইৰ বহু মানুহে ভেৰা আৰু চাগলি চৰাই ফুৰি পৰ্ব্বতত আৰু পথাৰতহে থাকে, আৰু সৰহ মাচ বিকি খোৱা নদিয়াল মানুহ আছে। আয়ৰলণ্ড দেসত সৰহ ওথ আৰু ফল ধৰা বিৰিখ্যবে ঢাকি থকা মাটি আৰু সকলো খেতি ক্রিসি হোৱা মাটি বৰ ভাল দেস ঠাই, আৰু তাতে নানা বিধিয়া সহবোৰ হই, তেও সেই দেসৰ মানুহবোৰৰ মাজত সৰহ দুখিয়া মানুহ।

ওপৰত কোৱা সেই তিনি ঠাই দেসত তিনি ঠাই বৰ নগৰ আছে, অৰ্থাত আয়ৰলণ্ড দেসত ডব্লিন,—স্কটলণ্ড দেসত এদিনবৰ্গ,—ইংলণ্ড দেসত সকলোতকৈ উত্তম লণ্ডন নগৰ। (সেই নগ-



ৰৰ এডোখৰৰ নকচা ইয়াত দিয়া হৈছে)। লণ্ডন নগৰ জগতৰ মাজত প্ৰধান ৰুপে গনিব লগা জানিবা সেই লণ্ডন নগৰ কলিকতাতকৈ চই গুন বৰ, আৰু সেই ঠাইত খেৰৰ ঘৰ নাই, আটাইবোৰ ৰজাৰ ঘৰ দেৱতাৰ ঘৰ সিল, ইটাৰে সজাইছে, আৰু সেই এক এক ঘৰতে দুটা তিনটা তলা আছে। লণ্ডন নগৰ সাগৰৰ পৰা ৩০ ক্ৰোস নিলগ, থেমস নদিৰ তিৰত আছে, এই নদিৰ ওপৰতে চাৰিটা আলি সজাইছে, আৰু তাৰ তলে এক ভাল সুৰঙ্গৰ বাট সজাই থৈছে। তাৰ দোৱাৰাই ৰথ ঘোৰা, মানুহ দিনে ৰাতিএ অহা জোৱা কৰে, বচৰে বচৰে হাজাৰ হাজাৰ বৰ জাহাজ আহি লণ্ডন নগৰত বেপাৰ কৰে। ৰ.

---

## মৰনৰ ভই হেলা কৰা এজনৰ কথা।

One who Disregarded the Fear of Death.

হাঙ্গৰি দেসৰ এজন ধৰমি অধিকাৰে এদিনা অতি চিন্তা আৰু ভাবনা মন হলত, তেঁওৰ ভায়েকে তেঁওক দেখি সুধিলে আপুনি কি কাৰনে ইমানকৈ ভাবিচা? তাতে ৰজাই কলে হে ভাই, পৰম ইশ্বৰৰ আগত পাপ কৰাত বৰ দোসি হৈছোঁ। এই কাৰনে মৰিবলৈ আৰু মহা সোধৰ দিনত তেঁওৰ আগত থিয় হবলৈকো মোৰ মনত বৰ ভই উপজিছে। তাতে ভায়েকে তেঁওক হাঁহি কলে, এনে দৰে চিন্তা কৰা আপোনাৰ উচিত ন হই, কিয়নো ইয়াতে আপোনাৰ সুখৰ আৰু আনন্দৰ হানি হই, তাতে অধিকাৰে একো উত্তৰ নি দিয়াকৈ তেঁওক বিদাই কৰিলে।

সেই দেসৰ এনে ৰিতি আছিলে জে চাওডাঙ্গে জাৰ দুআৰ মুখলৈ গৈ আপোনাৰ ডেঁৰি বাই সেই মানুহটে তাৰ ঘৰৰ পৰা ওলাই আহে আৰু চাওডাঙ্গে তাক লৈ গৈ তাৰ প্ৰান মাৰে। এতেকে সেই দিনা মাজ নিসা মানতে ৰজাই আপুনি চাওডাঙ্গক মাতি নি ভায়েকৰ দুআৰ মুখত ডেঁৰি বাবলৈ পঠিয়ালে। জুৰ বাজে ডেঁৰিৰ সবদ সুনি আৰু চাওডাঙ্গক দেখি বৰ ভই পালে। এই কাৰনে লৰি আহি ৰজাৰ চৰনত পৰি এই দৰে কাবৌ কৰি কলে; হে দেও আপোনাৰ বিৰোধে মই নো কি অপৰাধ কৰিলোঁ? তাতে ৰজাই উত্তৰ দি কলে, হে ভাই মোৰ বিৰোধে তোমাৰ একো দাই নাই; কিন্তু মোৰ চাওডাঙ্গক দেখি জদি তুমি ইমান ভই খাইচা; তেন্তে ইশ্বৰৰ বিৰোধে অনেক বৰ বৰ অপৰাধ কৰাত তেঁওৰ সোধত কেনেকৈ থিয় হম, এই বিসই চিন্তা কৰা উচিত ন হই নে? অৱস্যে কৰিব পাই। হে প্ৰিয় পৰ্হা মানুহ সকল ভই লগা বিচাৰৰ দিনত ইশ্বৰৰ ওচৰত আমি কৰা কৰ্ম্মবিলাকৰ পৰিখ্যা দিব লাগিব, এই কাৰনে সেই কালৰ বিসই পুনঃ পুনঃ মনত কৰা সকলো বুধিয়ক আৰু গিয়ানিবিলাকৰ উচিত কৰ্ম্ম জানিবা। ৰ.

---

এই অৰুনোদই পত্ৰ মোং শিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপা খানাতে মাহে মাহে চাপ কৰা হৈছে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Sceince, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোজা। মো° শিৱসাগৰ, অক্তোবৰ ১৮৪৬ খ্ৰিষ্ট অঃ সঁক। নম্বৰ ১০।

VOL. I. SIBSAGOR, ASAM, OCTOBER, 1846. NO. 10.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

জোৰহাট নগৰত মহা ৰজা পুৰন্দৰ সিংহৰ ৩ তিন দিন পৰ্জ্জন্তে মধু মেহৰ পিৰা উপস্থিত হৈ বৰ্ত্তমান মাহৰ ১ প্ৰথম তাৰিখে ব্ৰিহস্পতি বাৰৰ দিনা বেলি দুই ৰজাৰ সময়ত মৃত্যু হল।

তেতিয়া দুৰ্গা পুজা চাবলৈ ফুকন, বৰুআ আদি বৰ বৰুআ ডাঙৰিয়া সকল গোট খাই, সেই মৃত্যু মহা ৰজাক নগৰৰ পৰা বাহিৰ কৰি, দহন আদি কৰাবৰ নিমিত্তে, শ্ৰীজুত কামেস্বৰ সিংহক, মৃত্যু ৰজাৰ স থকা ঠাইতে বৰ চৰাত কাপৰ পাৰি বহুআই, বৰ বৰুআ আৰু ডাঙৰিয়া সকলে চাৰি ৰজাৰ সময়ত পুৰ্ব্বে পিত্ৰি ৰজাই জুৱৰাজ নাম দিয়া, শ্ৰীজুত কামেস্বৰ সিংহক এক সেৱা কৰি জুৱৰাজ মৰ্জ্জতা দিলে। পাচে জুৱৰাজে সোন, ৰুপ, কাঁহ আৰু তাম, এই চাৰি কলহেৰে মৃত্যু ৰজাক গা ধুআই, ৰাজ অলঙ্কাৰ পিন্ধাই, সৰাইত সাজ কাপৰ দি, কুঁঅৰি আৰু গোহাঁই সকলে সেৱা জনাই. চাঙটি চন্দোআৰ তৰি, চৌদোলত তুলি, দিচৈ নৈৰ ওচৰলৈ নি, আঁৰ কাপৰ তৰি চন্দন কাঠ আদিৰে দহন কৰিলে। স নিওঁতে বৰ লোক আৰু সৰু লোক, বহু মানুহ গৈচিল।

কোঁঅৰপুৰত থকা মোহন ঢেকেৰি নামেৰে এটা মানুহে তাৰ ঘৈনিএক ঘিনলাগিৰে সৈতে দন্দ কৰি বেলেগে থকাত, ঘৈনিএকে আহি মাতি নিৰ নোআৰি, লোটা, বাটি চাইটা কাঢ়ি নিয়াত, সেই দিনাই ১১ অক্তোবৰে বাটৰ কোসৰ আঁহত গচৰ ২০ হাত মানৰ ওপৰৰ ডালত এখন, কপাহিৰ চুৰিয়া বান্ধি ডিঙ্গিত ভোল লগাই ওলমি মৰিল। তেতিয়াই গৰখিয়া লৰাইতে দেখি গাঁৱৰ মানুহক কলত সেই মানুহে থানাত জনাই দাৰোগাক নি গচৰ পৰা তাৰ স নমালে।

জোৰহাটৰ মনসাদ গৰিয়াৰ ঘৰৰ গেবেলি নামে বৰুআ এজনি পুখুৰিৰ কোসত আঁৰৰিয়া ৰোগ উপস্থিত হৈ পানিত পৰি মৰিলতহে মানুহে দেখি তাইৰ স তুলিলে।

গোলাঘাটৰ ওচৰৰ জামুগুৰিত থকা কুসৰামৰ ভতিজাক, সকৰাম নামেৰে এটা লৰাই বাপেক মাকে নে দেখাকৈ পুখুৰি কোসত ওমলি থাকোঁতে, পানিত পৰি মৰিলত, বাপেক মাকে দেখি সটো আনি থানাত কলে।

মোকাম জইপুৰৰ আসাম লাইট ইন্ফেন্ট্ৰি পল্টনৰ গম্ভিৰা নামে চিপাহিএ ২৯ চেপ্তেম্বৰ তাৰিখে ৰাতি ১১ ৰজাৰ সময়ত পৰ্বতিয়া চিপাহিৰ তিৰোতা এজনিৰ পৰা দন্দ হৈ খেই নামেৰে কচাৰি কুলি এটাৰ মুৰত কাঠৰ টাঙ্গোনেৰে মাৰ মৰাত মুৰ ফাটি হাৰ ভাগি পাচ দিনা ১১ ৰজাত পল্টনৰ বেজ সালত মৰিল; সেই কথাৰ তত্তে সোধ পোচ কৰিচে।

কাকডঙ্গাৰ কোসত থকা ঘিনাৰাম মহৰিৰ জিএক, ডালিমি নামে সৰু চোআলিটি তাৰ পানি খোআ পুখুৰিত পৰি মৰিল।

পৰ্বতিয়া মৌজাৰ ৰতি হিন্দু চুটিয়াৰ পুত্ৰ ৯ বচৰিয়া নোমল বালক ১১ অক্তোবৰে আন্দাজ বেলি দহ ৰজা সময়ত তাৰ পানি খোআ পুখুৰিত পৰি মৃত্যু হল।

পঞ্জাবৰ বন হলত শ্ৰীজুত গৱৰ্নৰ জেনৰল বাহাদুৰৰ আগ্যাৰে পঞ্জাব দেসক তিনি ভাগ

কৰাত উত্তৰ ভাগৰ কাশ্মিৰ নগৰত গোলাব সিংহক ৰজা পাতিলে, সেই নিমিত্তে লাহোৰ দৰবাৰে সেই দেস গোলাব সিংহক সোধাই দিবলৈ কাশ্মিৰ অধিকাৰ সেখ ইমানউদ্দিনক আগ্যা কৰিলে। কিন্তু ৰজা গোলাব সিংহক সোধাই নিদিয়া বুলি সি বিৰোধ হৈ থাকিল। পাচে ৰজা গোলাব সিংহে সেই দেস লবলৈ আৰু সেই সেখ ইমানউদ্দিনক ধৰিবলৈ ৬০০০ চই হেজাৰ সেনা পঠাই দিলে; কিন্তু সি তাক নিচই দু সুনে দেখি আৰু ধৰিব নোৱাৰাত দুয়ো যুধ লাগি, ১২০০০ বাৰে হেজাৰ সেনাই সৈতে গোলাব সিংহৰ সেনাবিলাকক জিকি ১২০ মাৰিলে, আৰু ৪০০ জাধা মৰা হল। সেই কাৰনে সেখ ইমানউদ্দিনৰ ঘৰ বাৰি আদি কৰি পঞ্জাবত জি জি আচিলে, সকলো লাহোৰ দৰবাৰে কোৰোক কৰি নিলে; আৰু তাক বলেৰে ধৰি আনিবলৈ পঞ্জাবত থকা বৰ সাহাবৰ অনুমতিৰে, শ্ৰীযুত ৰজা লাল সিংহে অধিক সেনা পঠাইচে; আৰু ৰজা লাল সিংহে খঙ্গ উঠি তাক জতে পাই ততে ধৰি ফাঁচি দিবলৈ আগ্যাও কৰিচে।

মিচৰ দেসৰ অধিকাৰৰ নাম শ্ৰীশ্ৰী মেহেমেত আলি, তেঁও মৰিলে তেঁওৰ পুত্ৰ শ্ৰীযুত ইব্ৰাহিম পাচাই সেই দেসৰ অধিকাৰ পদ পাব। সেই ইব্ৰাহিম পাচাৰ জনম ১৭৯৭ সকত হৈচিল। ১৮২০ সকৰ পৰা জি জি ৰন আপোন পিত্ৰিৰ ৰাজ্যত হৈচিল, সেই ৰনবোৰত সকল সেনাবিলাকৰ ওপৰত, তেঁৱে প্ৰধান সেনাপতি হৈচিল; ৰন বিগ্ৰহবোৰ গলত, ১২ বাৰে বচৰৰ পৰা এতিয়ালৈকে তেঁও সেই আপোন পিত্ৰিৰ তলে ৰাজ্যৰ কৰম বুধিৰে কৰি আচে; বৰ্ত্তমান সকৰ জুন মাহত ইব্ৰাহিম পাচাই ইংলণ্ড আৰু ফ্ৰান্স দেসবোৰ চাবলৈ গৈচিল, আৰু শ্ৰীশ্ৰী মতি মহা ৰানি আৰু ফ্ৰান্সৰ ৰজা, সকলো ডাঙ্গৰিয়াবিলাকে বৰ মৰ্য্যাদা কৰিলে; আৰু প্ৰধান নগৰবোৰত জি জি বৰ কৰম আচিল, তাকে সুন্দৰ ৰুপে গাঁৱে গাঁৱে, নগৰে নগৰে চাই ফুৰিলে। তেতিয়া বৰ ভদ্ৰ লোকবিলাকে অতি আদৰ কৰি, বৰ খানা খুৱাই, অনেক সন্মান কৰিলে, পাচে তেঁও আগষ্ট মাহতে আপোন দেসলৈ উভতি গল। ইউৰপত



Ibrahim Pasha.

জি জি দেখিলে, তেঁও বিস্মই মানি বৰ সন্তোস পালে। আপোন দেস নতুন বুধিৰে পালি, আপোন ৰাজ্যৰ মানুহবোৰ, ইউৰপিয়া মানুহৰ নিচিনা সকলো কৰম কৰিবলৈ উপাই কৰিব এনে আসা কৰিচে। সেই ইব্ৰাহিম পাচাৰ মুৰৰ নক্চ উপৰত লিখা আচে।

কলিকতা নগৰৰ পৰা জোৱা দ্বাৰিকানাথ ঠাকুৰ বাবু ইংলণ্ড দেসত আগষ্ট মাহৰ প্ৰথম তাৰিখে মিত্যু হল। তেঁৱে আগে এবাৰ ইংলণ্ডলৈ গৈ মাহ চেৰেক থাকি উভতি আহিল। কিন্তু কলিকতাত থাকি সৰিৰ যত্ন নো পোৱাত পুনৰাই ইংলণ্ডলৈ গৈচিলে, তাতে মাহ চেৰেকলৈ ভাল হৈ, ইংলণ্ড, আয়ৰলণ্ড, স্কটলণ্ড, আৰু ফ্ৰান্স দেসত ফুৰিচিল, আৰু শ্ৰীশ্ৰী মতি মহা ৰানি, সকলো প্ৰধান লোকে, আৰু ফ্ৰান্স দেসৰ ৰজা ডাঙ্গৰিয়াবিলাকেও বৰ মৰ্য্যাতকৈ সন্মান কৰিচিলে। মৰোতে তেঁওৰ পুত্ৰ নগেন্দ্ৰনাথ ঠাকুৰ তেঁওৰ লগত আচিল। তেঁওৰ মিত্যুৰ বতৰা সুনি, ইংলণ্ডৰ লোকবিলাক, কলিকতাত থকা সকলো ইউৰপিয়া আৰু হিন্দুবিলাকেও বৰ অসন্তোস পাইচে। তেওঁৰ বয়স ৫১ একাৱন বচৰ হৈচিল, তেঁও সকল ব্ৰাহ্মনতকৈ জাতিত অতি উত্তম; আৰু বৰ দানি আচিল, দেস ভাল হবৰ নিমিত্তে মানুহবিলাকৰ অতি হিত দায়ক

আৰু বৰ উপকাৰি আছিলে। [illegible] মাহৰ অৰুনোদইত দ্বাৰিকানাথ ঠাকুৰ [illegible] নকচা দিয়া জাব।

আল্জেৰিয়া দেসত আৰব মানুহে সৈতে ফ্ৰাঞ্চি সেনাবিলাকে অনেক দিনৰে পৰা ৰন কৰিচিল, আৰু সেই দেসৰ এভাগ ওৰান নামে, ফ্ৰাঞ্চি সেনাবিলাকে আৰব মানুহক বেৰি ধৰি জুলাই মাহত ৬০০ স মান মাৰিলে।

টাহিটি মাজুলিত ৰনৰ কথা জি প্ৰথম নম্বৰ অৰুনোদইত লিখিচিল, তাতে এতিয়াও ৰন কৰি আচে, আৰু তাৰ ওচৰতে সুআহিনি নামে মাজুলি এটাত জানোআৰি মাহত ফ্ৰাঞ্চি মানুহে, আদিবাসি মানুহবোৰৰ লগত জুধ কৰাত ১৮ জন মৰা ৪৩ জন আধা মৰা হৈচিল, আৰু কোনো পত্ৰত লিখিচে সেই মাজুলিৰ মানুহে ফ্ৰাঞ্চি সেনাবিলাকক জিকি খেদিলে। টাহিটি, আৰু তাৰ ওচৰত থকা মাজুলিবোৰৰ বতৰা ইং লণ্ড নাইবা ফ্ৰাঞ্চে দি কলিকতালৈ আহিব লাগে দেখি, আৰু টাহিটিৰ পৰা জাহাজৰ সৰহকৈ নে জাই দেখি তীৰে পৰা বতৰা পাবলৈ বহুত দিন লাগে।

মেক্সিকো দেসত আমেৰিকা মিল দেসে সৈতে ৰন কৰিবলৈ সকলো গাঁৱৰ পৰা নতুনকৈ নাম লিখি মেকচিকোৰ অধিকাৰে সেনা গোটাইচে, আৰু আমেৰিকা মিল দেসৰ পৰা ১৫০০০ পোল্কেৰ হেজাৰ মান সেনা সিইতৰ বিৰোধে তালৈকে গল। আৰু সাগৰত থকা জি কোনো মাজুলি মেকচিকোএ পালিচে, আমেৰিকাৰ ৰমুআ জাহাজবোৰ গৈ সেই মাজুলি খন চেৰেক জিকি ৰাখিচে। আৰু কোনো সমাচাৰ দৰ্পনত লিখিচে বোলে, মেকচিকো দেসৰ ভিতৰৰ কোনো ২ ভাগে ৰনত চল পাই, আগৰ অধিকাৰত বিৰোধ হৈ, আপোনাৰ ভাগে ভাগে নতনকৈ বেলেগে অধিকাৰ পাতি সিইতৰ ইচাৰ দোআৰাই চলিচে।

২৪ আগষ্টৰ ডাক লণ্ডনৰ পৰা বামে আহি ২ অক্টোবৰত কলিকতা পাই, তাৰ পৰা ২৪ তাৰিখত সিৱস গৰ অসম পালেহি। §



থেইমচ্ নৈৰ তলে দি সুৰুঙ্গা বাট কৰাৰ বিবৰন।

The Thames Tunnel.

ইংলণ্ড দেসৰ প্ৰধান নগৰৰ নাম লণ্ডন। সাগৰৰ পৰা তালৈ ৬০ মাইল মান দুৰৈ, সেই নগৰৰ মাজে থেইমচ্ নামেৰে নৈ এখন গৈ সাগৰত পৰিচে; সেই নৈয়ে দি লণ্ডন নগৰত বেহা বেপাৰ কৰিবলৈ অতি সৰহ জাহাজবোৰ সকলো দেসৰ পৰা অহা জোআ কৰে, আৰু কোনো দিনত সেই জাহাজবোৰ গনোতে পোল্কেৰ হেজাৰ মান লেখা জাই। ইপাৰ সিপাৰ হৈ অহা জোআ কৰিবলৈ ৰৰ চিকনকৈ সজা সিল আৰু লোৰ সাঁকো খনচেৰেক আচে, কিন্তু জতে আৰু এখন সাঁকো নকৈ-

সাজিবলৈ বৰ কাৰ্য্য আছিলে, তাতে অতি সৰহ জাহাজবোৰ অহা জোআ কৰিব লাগে দেখি, সাঁকো সাজিব নোআৰিলে।

এই হেতুকে সুবুধি মানুহ জনচেৰেকে ভাবি চিন্তি, সেই ঠাইতে নৈৰ তলে দি মাটি খানি সুৰুঙ্গা বাট সাজিব পাৰিম বুলি মনত থিৰ কৰিলে, আৰু ১৮০২ সঁকত, সেই বাট সাজিবৰ নিমিত্তে এক কম্পানি পতা হৈছিল। তেতিয়া নৈৰ পৰা ২২০ হাত দূৰকৈ, এটা বৰ গাঁত ৫১ হাত দকৈ খানিলে। সেই গাঁতৰ পৰা তলে তলে সমানকৈ বৰ সুগেৰে আৰু অনেক বুধিৰে ৬৩৫ হাত দূৰলৈ খানিলত, ওপৰৰ পৰা নৈৰ তলি ফুটি পানি সৰকি, বালি আৰু মাটি এই সকলেৰে সেই খনা বাটটো ভৰিল; এই হেতুকে বেলিএ বেলিএ এই ৰূপে হোআত বাট সৰকাৰ নোআৰিম বুলি, মনত বিচাৰ্ লাগি, জি সাত বচৰ অতি দুখেৰে খানিলে, সেই সুৰুঙ্গা বাটৰ বৰ কৰম এৰি পেলালে।

১৮২৩ সঁকত শ্ৰীজুত চেৰ আই. এম্. ব্ৰুনেল সাহাবে এক জাতৰ এটা পোকে জাহাজৰ কাঠ বিন্ধি বাট কৰা দেখি, তাৰে পৰা বুধি পাই এক নতুন জন্ত্ৰ সাজিলে। তাৰ দোআৰাই সেই সুৰুঙ্গা বাট খানি সৰকাৰ পাৰিম বুলি ভাবি, নতুন এক কম্পানি গোট খাই সৰহ ৰূপ চপাইছিল, আৰু ১৮২৫ সঁকত, নৈৰ পৰা ১০০ হাত দূৰ নকৈ সুৰুঙ্গা বাট খানিবলৈ ধৰিলে। প্ৰথমতে তাতে এক লোৰ ধাৰ থকা বৰ গুল এটা মাটি ন খনাকৈ বাটৰ মুখত পাতি তাৰ ওপৰত ১০০ হাত মেৰ ২৮ হাত ওখ, ২ হাত দাঠ, ২৮৮০০ মোন গধুৰ, ইটাৰে এনে এটা বৰ ফোঁপোলা চুঙ্গা কুমাৰৰ পাট নাদৰ নিচিনা সেই গুলৰ ওপৰত সাজিলে; আৰু সেই বৰ ফোঁপোলা চুঙ্গাৰ ওপৰত ৩০ বিলাতি ঘোঁৰাৰ সক্তি নিচিনা ভাপৰ কল পাতি থৈছিল; তাৰ জন্ত্ৰৰ দোআৰাই সেই চুঙ্গাৰ মাজৰ পৰা পানি, মাটি, আদি কৰি বাহিৰলৈ উলিয়াই দিয়াত চুঙ্গাটো আপুনি ৪২ হাত মানৰ তললৈ বহিল। সেই ৪২ হাতৰ তলৰ পৰা পানি নিগৰি বৈ থাকি ঠাই জেকা ন হবলৈ পোনকৈ এক সৰু গাঁত ১৬ হাত দকৈ আৰুও তললৈ খানিলে। সেই বৰ চুঙ্গাৰ গুৰিৰ পৰা ২৬ হাত বহল ১৫ হাত ওখকৈ সুৰুঙ্গা বাট তলে তলে সমানে পোনকৈ খানিবলৈ ধৰিলে। তাতে খনা মানুহবিলাকে চলেৰে বন কৰিবলৈ, আৰু ওপৰৰ পৰা মাটি ন খহিবলৈ সেই নতুনকৈ সজা জন্ত্ৰ (জি সিল্দ্ নাম থৈচে) তাকে বাটৰ মুখত পাতিলে, সেই সিল্দ্টো এই দৰে থিৰ কৰিলে; ১৫ হাত ওখ, ২ হাত বহল, আৰু দুই দাঁতিত্ কাঠ নাই, তাতে মানুহ থিয় হৈ বন



মানুহবোৰে আপোন আপোন খোঁটালিত সোমাই বন কৰাৰ নকচা।



কৰিব পৰাকৈ বৰ সকত ৩৬ একুৰি সোলেটা ফোঁপোলা চন্দুক একে দৰে সমানে সাজি, সাৰিত ৰাৰেটা ৰাৰেটাকৈ তিনি সাৰি (এতিয়া পৰ্হি অহা পিঠিৰ তলৰ নকচাৰ দৰে) সমানকৈ থলে; সেই খোঁটালিএ পতি এক এক মানুহ সোমাই একে লগে খানি থাকে, আৰু সেই তাপৰ কলেৰে খনা মাটিবোৰ ওপৰলৈ তুলিয়াই নিএ। জেতিয়া খানিবলৈ হাতে চুকি নে পাই, তেতিয়া সেই সিন্দুটো কলেৰে ঠেলি দিএ। মাটি খনাবিলাকৰ পাচে পাচে পকি বন্ধা ৰাজ মিস্তিৰিবোৰে ইটাৰে বান্ধি নিএ, দহ ৰাৰে হেজাৰ মান ইটা নিতৌ নিতৌ খৰচ হৈছিল; আৰু আটাই খন ইটাৰে পকি কৰিলে। তাৰ ওপৰ ভাগক দুটা খেনু ভিৰিয়া কৰি বান্ধিলে, (৭৫ পচসতৰ পাতৰ এই কথাৰ মুৰত জেনেকৈ নকচা লিখা গৈচো) তাৰ একালে গাৰিবিলাক, অৰ্থাত ৰথ, জাবলৈ আৰু একালে আহিবলৈ বাট, আৰু দুই দাঁতিএ মানুহবিলাক অহা জোআ কৰিবলৈ বাট কৰিলে; সেই খেনু ভিৰিয়া বাটৰ মাজে দি দিঘলে দিঘলে গোটেই খন পকি বেৰ কৰিলে। দুই কালে মুখত জি বৰ খিয় গাঁত কৰিলে, সেই গাঁতে দি সুৰুঙ্গা বাটলৈ নামি মানুহবোৰ অহা জোআ কৰিবলৈ ঘূৰনিয়া খটখটি বান্ধি দিচে, আৰু গাৰিবিলাক আহিবলৈ আৰু জাবলৈ জি দুই বাট, তাকো বৰ এটা ঘূৰনিয়া কৰি পকাই পকাই নমাই দিচে। সেই সুৰুঙ্গা পথ দিঘলে ৮০০ হাত, মেৰৰ জোখ ৫৬৬ হাত হৈছিল, আৰু ইয়াক বান্ধিবলৈ হাতে পতি ৫৬০০ মান ৰুপ ভগন হৈছিল, মুঠে খৰচ হোআ ৰুপ ৪৪৬০০০০ চোআলিচ লাখ তিনি কুৰি হেজাৰ হৈছিল।

নৈৰ তলৰ পৰা সুৰুঙ্গা বাটলৈ ৪২ হাতৰ আঁতৰ হলেও, তেও সাকোঁতে নৈ খন ২ দু বেলি ফুটি মাটি পানি তলৈ সোমাই, সেই বাটটো ভৰিল। কিন্তু তেতিয়া ৯৬০০০ মোন মান মাটি মোনত ভৰাই নাৱেৰে লৈ সেই ওপৰৰ পানিৰ পৰা ফুটা ঠাইত পেলাই বিন্ধা মাৰিলে। নৈ খন দুতিয় বেলি ফুটিবৰ পাচত, সাত বচৰলৈ বন কৰা মানুহবিলাকে খৰচ নো পোআ হেতুকে কাম বন্ধ কৰিলে। তাৰ পাচত নকৈ সৰহ ৰুপ গোটাই আৰুও খানিবলৈ ধৰিলে। আৰু ১৮৪৩ সকত নিচইকৈ পুৰ হল; সেই কৰম জিমান দুখ আৰু স্ৰমেৰে কৰিলে, তাক কবই নোৱাৰি। ইমান দিনলৈ সৰহ মানুহবোৰে এনে বৰ কঠিন কৰম কৰিলতো, আৰু ওপৰৰ পৰা মাটি পানি খহি পৰিবৰ অতি ভই থকাতো, সেই বৰ কৰম পুৰ হোআ দিনলৈকে, বন কৰাবিলাকৰ মাজৰ মুঠে সাত জন মানুহ মাখোন মৰিল। সেই বৰ আচৰিত সুৰুঙ্গা বাট সাকোঁতে বাটৰ দুই কালে সৰহ চাকি লগাই পহৰ কৰি নিতৌ নিতৌ চাৰিও কালৰ পৰা সৰহ মানুহ আহি পাই পতি ।। আঠ অনাকৈ ধন দি সেই বাট চাইহি। আৰু এতিয়া পিতলৰ খুঁটা দি ঠায়ে ঠায়ে চাকি লগাই থাকে। জি জি মানুহ, খোঁৰা, গাৰি আদি সেই বাটে দি জাই, জেনেকৈ ঘাটেয়ে ধন লই, তেনেকৈ তাতো লই, আৰু নৈৰ ওপৰত থকা সাঁকোবোৰতো অহা জোআ কৰাত সেই ৰুপে বেচ লই।

পৃথিৱিৰ ওপৰত কোনো দেসতো নৈৰ তলে এনে সুৰুঙ্গা বাট কৰা সুনা নাই। এতিয়া তেনে নতুনকৈ আচৰিত কৰম কৰা শ্ৰীজুত চেৰ আই. এম. ব্ৰুনেল সাহাবৰ নাম, আৰু কৰম কৰোআ মানুহবিলাকৰো সেই বৰ জসস্যা আপলৈকো ৰৈ থাকিব।

এই ওপৰ নকচাত জি জি জাহাজ আৰু নাও-

বোৰ দেখা জাই সেয়ে খেইক্ষ্‌ নৈ, আৰু দুয়ো পাৰে লণ্ডন নগৰৰ ঘৰ দেখা জাই; নৈৰ তলৰ ভি ৰগা চিন, সেয়ে সুৰুঙ্গা বাট; সুৰুঙ্গা বাটৰ তলে ওপৰে ভি কলা আছে, সেয়ে মাটি। §

## লোৰ বিবৰন।

**On Iron**

প্ৰিথিবিৰ মাজত লো উত্‌পন নো হোৱা ঠাই প্ৰাই কোনো দেসত নাই, আৰু সকলো ধাতুতকৈ লো কিচু বিহ্‌ তথাপি অনেক কাৰ্জত লাগে, সেয়ে নহলে প্ৰিথিবিত মানুহৰ কোনো কৰম নচলে; এই কাৰনে সকলোএ আদৰ কৰে, আৰু লো সামান্য হেতুকে ইস্বৰে তাক সকলোতে উত্তম ৰূপে প্ৰকাস কৰিছে। আৰু সকলো ধাতুতকৈ সি বৰ টান, এই কাৰনে আন ধাতুবোৰতকৈ তাক গেলাবলৈ আৰু আউটিবলৈ বৰ স্ৰম কৰিব লাগে আৰু পানিতকৈ লো আঠ গুনে গধুৰ।

আৰু লোৰ এনে এটা বেয়া গুন আছে, কিয়নো তাত মামৰ পৰি লগতেই নষ্ট কৰে। কিন্তু এনে লো মানুহে ওবে গুৰি কৰি দৰবৰ নিচিনাকৈ খাই, তথাপি পেটত একো দুৰ্গুন ন কৰে, কিন্তু সৰিলত বল সক্তি হই। আৰু জতে লো উত্‌পন হই, তাৰে পৰা জদি পানি ওলাই, সেই পানিকো মানুহে দৰব বুলি খাই।

আৰু সোন, ৰূপ এই দু বিধ ধাতুৰ অলঙ্কাৰ ন কৰা হলে বৰকৈ কোনেও আদৰ ন কৰিলেহেঁতেন, এই হেতুকে এই দু বিধ ধাতু বৰ কামৰ জোগ্য ন হই। কিয়নো বৰ স্ৰমেৰে অলঙ্কাৰ গঢ়ালেও, তেও সেই অলঙ্কাৰৰ দৰ দু গুনতকৈ কোনো কালে নে বাঢ়ে। কিন্তু লোৰ সঁজুলি বৰ দুখেৰে ভালকৈ সাজিলে, সেই লোৰ সঁজুলিৰ দৰ সিমা নাইকিয়া হই। জদি দহ টকা ৰূপৰ এটকা সোন কিনি, বৰ পুৰুসাৰ্থ কৰি উত্তম ৰূপে অলঙ্কাৰ সজাই, তেও তাৰ দৰ ২০ টকাতকৈ সৰহ কোনো কালে ন হই। কিন্তু দহ টকা ৰূপৰ লোৰে, দা, কোৰ আদি কৰি সৰু সৰু বস্তু ভালকৈ সজালে, তাৰ দৰ ৩০ টকা পৰ্জন্ত হই, আৰু ভাত খোৱা চুলা চৌকা বা চক সজালে, তাৰ দৰ ৪০ টকা হই; জদি বেজি সজাই তাৰ দৰ ৭০০ সাত স টকা হই, এই দৰে চুৰি আৰু অতি সুন্দৰ ৰূপে পতা সজালে তাৰ দৰ ৬০০০ চ হেজাৰ মান টকা হই, আৰু লোৰে জদি হৰিজন্ত্ৰ সজাই তাৰো দৰ পাঁচ লাখ মান টকা হই।

আৰু লোৰ স্বভাৱ এই, প্ৰথমে আউটি পাগোতে ভালকৈ কোবাব নোআৰি চলুআকৈ পত্তাকে আদি কৰি ই সি সঁজুলি সজাই, কিন্তু সেইবিলাক লগতেই ভাগে, আৰু লো জুইত দি, বৰকৈ ৰঙ্গা কৰি হাতুৰিৰে কোবালে, সেই লো বৰ টান হৈ নে ভাগে। আৰু লোকে পগালে তিখা হই, সেই তিখা বৰ টান, আৰু তিখাৰ অস্ত্ৰ বৰ সূক্ষ্ম, তাকে ভালকৈ কৰিব পাৰিলে, অনেক দৰ হই, সেই তিখাৰ দুটা গুন আছে। আৰু সেই তিখাৰে লোৰ বৰ সুটকি কাটিব পাৰি, দাকে আদি কৰি কাটিব পৰা বস্তু জি জি আছে, সেই সকলোতে তিখা দিএ, কোনোএ তিখাৰেও সজাই, খুৰ, চুৰি, আৰু বেজবোৰৰ ভাল ভাল অস্ত্ৰ সস্ত্ৰ সজাব লাগিলে তিখাৰেহে সজাই, কিন্তু লগতেই ভাগে। আৰু তাৰে তৰোআল সাজে, সেই তৰোআল দুই মূৰ গোটাই ভিৰালেও নে ভাগে, বেঁকাও ন হই, এনে লো জিমানহে কামত্‌ লাগে তাৰ অন্তেই নাই, আৰু সোনতকৈ লোৰ দৰ অলপ মাথোন, তেও লো বহুত কাৰ্জত লাগে, লোৰ কত সঁজুলি লাগে তাক গনিবই নোআৰি, তেও সকলো দেসতকৈ ইংলণ্ড দেসত লোৰে অধিক কাম কৰে, তাতে লোৰ গোলা আৰু দোকান কৰি থৈছে, বৰকৈ বেপাৰ কৰা হেতুকে বেলৰদ অৰ্থাত কলৰ ৰথকে আদি কৰি লোৰে কাম বাঢ়িহে গৈছে। ইংৰাজি ১৭৪০ সনকে আদি কৰি, ইংলণ্ড দেসত বছৰি বছৰি ১,১০,০০০ এক লাখ দহ হেজাৰ মোন লো সজাই থৈছিল, কিন্তু এতিয়া ক্ৰমে ক্ৰমে বাঢ়ি জোআত ১৮০৬ সনত ৭৫০০০০০ পঁচসত্তৰ লাখ মোন লো হই। আৰু ১৮২০ সনত ১২০০০০০ এক নিজুত দুই লাখ মোন লো সজাই থৈছিল, পাচে ১৮৪০ সনত ৩০০ মোন লো লৈছিল, সেই লোৰ সামান্যতে দৰ ৩০ মোন লোত ১০০ টকা হলে বছেৰেকত উত্‌পন ১০০০০০০০০ এক লাখ হেজাৰ টকা হই। আসম দেসৰ সকলো পৰ্বতত লো আছে, কিন্তু

অসমিয়া মানুহে তাক বুজ নে পাই এনাহ কৰি থাকে, অনেক বৰিয়াৰ বহু উপকাৰি এনে লো বিচাৰকৈ পৰ্য্যন্ত নে থাৰে, আপোনাৰ অৰ্থ বাৰ্হিবলৈ, আৰু দেশৰ উপকাৰ হবলৈকো কোনেও একো পুৰুসাৰ্থ ন কৰে। ম.

---

## মিচৰ দেশৰ বিসই।

Egypt.

জলপ্লাবনৰ অলপ দিনৰ পাচে মিচৰ দেশত লোকৰ বসতি হল, সেই দেশত বিদ্যা অভ্যাস অনেক হৈছিল, জোতিস গননাত সিইতে সকলোৰে আদি আছিল। এই দেশৰ পৰা গ্ৰিক দেশলৈ, আৰু আন আন দেসলৈ জোতিস, সিল্প, আৰু আন আন বিদ্যা বিয়াপি গল। সেই ঠাইৰ আৰ্চৰ্জ চিৰস্থাপিত কবৰ পিৰামিদ, অৰ্থাত ৰাজ বংসৰ মৈদাম। এই পিৰামিদবিলাকৰ মুল চাৰি চুকিয়াকৈ পাতি, ক্ৰমে ক্ৰমে আগলৈ সৰুকৈ সাজিলে; তাতে ডাঙৰ পিৰামিদবিলাকৰ মাজে এটা ওখই পাঁচ স ত্ৰিস হাত, আৰু মুল ভিতিৰ প্ৰতি দিসে পাঁচ স ত্ৰিস হাত; তাৰ মুল ভিতি দেৱাল গাঁথোতে, এক লাখ মানুহে দহ বচৰ স্ৰুম কৰিলে, আৰু সেই এক লাখ মানুহে কুৰি বচৰে তাক গাঁথি এঁটালে, তাৰ বৈয়াবিলাকৰ বন কৰা দিন খৰিতে, সিইতৰ খোৱা, পিঁয়াজৰ খৰচেই দুই লাখ কপ ভগন হল। সি প্ৰায় চাৰি হেজাৰ বচৰৰ আগেও সজা হলেও আজিলৈকে আগৰ ভাবে আছে।

মিচৰ দেশৰ পৰা মানুহবিলাকে গ্ৰিক দেশলৈ, আৰু ভুমি মাজৰ সাগৰৰ উত্তৰ পাৰলৈ গৈ তাতে প্ৰথমে বসতি কৰিলে। মিচৰ দেশ অনেক কাললৈকে তাৰ নিজা ৰজাবিলাকৰ অধিনত আছিল। পাচে খ্ৰিষ্টৰ জনমৰ ৫২২ বচৰৰ আগেও, পাৰস দেশৰ কোবেস ৰজাই সেই দেশ জই কৰিলে, আৰু সেকন্দৰ সাহাৰ দিনলৈকে সেই দেশ পাৰস ৰজাৰ তল হৈ থাকিল, পাচে সেকন্দৰ সাহে কোবেসক ৰজা ভাঙি, মিচৰ দেশক আপোন অধিন কৰি, সেই ঠাইতে এখন নগৰ পাতিলে, আৰু আপোন নামৰ অনুসাৰে তেঁও তাৰ নাম সেকন্দৰ আবাদ থলে।

এই সেকন্দৰ বাদসাই, যি যি দেস জই কৰিলে তেঁওৰ মৰনৰ পাচত আপোনাৰ সেনাপতিবিলাকে সেই সকলো দেস সিইতৰ মাজত ভাগ বাটি ভোগ কৰি থাকিল। মিচৰ দেস তলিমিৰ ভাগত পৰিল, আৰু তাৰ সন্তান সন্ততিবিলাকে খ্ৰিষ্টৰ জন্মৰ আগেও চোন্ধালিচ বচৰলৈ ভোগ কৰিলে। সেই সঁকত যোমিয়া লোকে মিচৰ দেস ললে, আৰু সিইতৰ আপোন ৰাজ্যবিলাকৰ সগত মিলালে। তলিমি বংসৰ মাজত বিদ্যাৰ বৃদ্ধি হোৱাতে আৰু এটা পুথি সালি তৈয়াৰ কৰা হেতুকে এই বংসৰ নাম প্ৰসিধ হল, সেই পুথিসালিত সাত লাখ পুথি আছিল। মুসিয়লমানবিলাকে অধিকাৰ হোৱা কালে সেই নগৰৰ ওচৰ এখন ঠাইতে জুই লগা হেতুকে, এই পুথিবিলাকৰো একভাগ পুৰি গল। ইয়াৰ পাচে আৰু সেই পুথিৰ সংখ্যা বাৰ্হিছিল, কিন্তু খ্ৰিষ্টিয় ৬৪০ সঁকত ওমাৰখালিফ নামেৰে এটা সেনাই সেই আটাইবিলাক পুথি ভষ্ম কৰিলে। ম.

---

## উত্তমাসা অন্তৰিপ ঘুৰি, ইউৰপৰ পৰা ভাৰতবৰ্ষলৈ প্ৰথম আহিবৰ কথা।

First Discovery of the Passage around the Cape of Good Hope.

*(Continued from Page 71.)*

পাঁচ স বচৰ হলত কম্পাচ প্ৰথমে জনা গল; তাৰ বিসয়ে আগৰ অৰুণোদইত লিখা গৈছে। কম্পাচ জনা হলত, পাচে লোকৰ বানিজ্য বৰকৈ বৃধি হল; আৰু সকলো দেসৰ মাজত পৰ্ত্তুগিচবিলাকে সেই কম্পাচৰ যোগেদি বানিজ্যৰ সৰহ লাভ কৰিলে; পূৰ্ব কালত পৰ্ত্তুগিচবিলাকৰ প্ৰায়ে সকলো দেস মচলমানৰ অধিন আছিলে, কিন্তু এই কালত পৰ্ত্তুগিচবিলাকে মচলমানবিলাকক সেই দেসৰ পৰা দুৰ কৰিলত সিবিলাকে আফ্ৰিকা দেসলৈ পলাই গল। পৰ্ত্তুগিচ লোকে সিইতক খেদাই কৰিবলৈ সন চৈধ্য স বাৰ সঁকত আফ্ৰিকাৰ পচিম ভাগলৈ গল, আৰু ক্ৰমে ক্ৰমে বৃধি পাই, পচিম ভাগৰ পৰা, এস বচৰৰ ভিতৰত আফ্ৰিকাৰ অন্ত সিমালৈকে আহিল। এই সকলো কথাৰ পৰা এই জনা জাই, যে সুখ সম্পত্তিৰ যোগ্য পূৰ্ব দেসৰ বস্তুৰ বিসিয়ে, পচিম

দেশৰ লোকবিলাকৰ সৰ্ব্বদাই চেষ্টা আছিল, আৰু সিহঁতে সেই বস্তুৰ লাভৰ কামনাতে নানা পথ আৰু উপাই কৰি আছিল, জিহেতু বানিজ্য নদিৰ সোঁতৰ দৰে; জদি এঠাইতে বন্ধ হই, তেন্তে আপোনাৰ নিমিত্তে আন এটা বাট কৰে।

সেই চৈধ্য স বাৰ সঁকৰ পৰা চৈধ্য স তেসষ্টি সঁকলৈকে পৰ্ত্তুগিচৰ লোক বিলাকে বাৰে বাৰে জাঁওতে আফ্রিকাৰ পচিম পাৰে ক্রমে ক্রমে সাত স ক্রোস গল, আৰু সিহঁতে জাঁওতে জাঁওতে সমুদ্ৰৰ পাৰ জে পুৰ্ব্ব দিসলৈ গৈ আছে ইয়াকে দেখিলে; তাতে আসা পালে, জে এই দিসেৰে পৰা ভাৰত বৰ্সৰ পথ পাব। চৈধ্য স চয়াসি সঁকত পৰ্ত্তুগিচৰ ৰজাই অনেক জাহাজ জুগুত কৰিলে, আৰু দৈয়াস নামে গিয়ানি, অথচ বৰ সাহসিক এজনক জাহাজৰ অধিপতি পাতি দিলে, আৰু আগ্যা দিলে জে আগৰ নাৱৰিয়া জি বাটে গৈছিল তুমি সেই বাটে গ্রি তাৰ পৰা দখিনে জত দুৰলৈ জাব পাৰা তত দুৰলৈ জাবা। তেঁও পাঁচ স ক্রোস নতুন পথ, আৰু ন জনা সাগৰে দি চলিলত জাহাজৰ মানুহে জাবলৈ সম্মতি ন হল, তথাপি সিহঁতকে আপোনাৰ অধিন কৰি, আফ্রিকাৰ দখিন সিমা পৰ্জ্জন্তে গল; কিন্তু সেই ঠাইতে এনেহে ঝৰ হল, জে তাতে সেই ঠাইৰ নাম ঝৰমই অন্তৰিপ ৰাখি, আপোনাৰ দেসলৈ উভতি আহিল। তাৰ ৰজাই এই কৰ্ম্ম সিধি হোআত বৰ আনন্দিত হৈ, উত্তমাসা অন্তৰিপ নাম থলে। ইয়াৰ পাচত চই বচৰ কলম্বচে আমেৰিকা প্রথমতে দেখি স্বদেসলৈ উভতি আহিল, আৰু তাৰ কৰ্ম্ম সুনি সকলো লোকে অদ্ভুত মানিলে, ইয়াতে পৰ্ত্তুগালৰ ৰজাই ভই পাই ভাবিলে, জে আমাৰ লোকবিলাক জি দেস বিচাৰিবলৈ গৈছে ইয়াক জদি কলম্বচে আগেএ গৈ অধিকাৰ কৰে, তেন্তে আমাৰ উদ্যম বিফল হব। এই নিমিত্তে সি ৰোমৰ পাপাৰ ঠাইলৈ নিবেদন পত্র লিখি দিলে; পাপাই সেই কালত ইউৰপৰ আটাই দেসৰ ধৰ্ম্মৰ অধিকাৰ আছিলে, সি আপোনাকে প্রিথিবিৰ ওপৰত ইশ্বৰৰ প্রতিনিধি বুলি জানিলে, আৰু সি পত্র পাই আপুনি কল্পনা কৰা পৰাক্রমৰ অনুসাৰে এখন দান পত্র লিখি দিলে, তাতে প্রিথিবিৰ পুৰ্ব্ব ভাগে জিমান দুৰলৈ পৰ্ত্তুগিচ লোক জাব পাৰে, সিমান দেস সিহঁতক দিলে, আৰু পচিমৰ ভাগে স্পানিয়া জিমান দুৰলৈ জাব পাৰে আটাই দেস সিহঁতকে দিলে। এই আনন্দ পত্র পাই, সঁক চৈধ্য স সাতানৈ সঁকে পৰ্ত্তুগিচৰ ৰজাই ভাৰত বৰ্সৰ দৰ্সনৰ নিমিত্তে তিনি খন জাহাজ জুগুত কৰিলে, আৰু ধাবৰ বেহানিৰে এখন জাহাজ, আৰু সিহঁতৰ ভিতৰত এস সাঠি নাৱৰিয়া আছিল, আৰু বাস্কো-দি-গামা সিহঁতৰ অধিকাৰ হল। জাবলৈ ওলোআবিলাকে, জোআ দিনৰ আগ নিসাতে ইশ্বৰৰ মন্দিৰত গৈ, গোটেই নিসা প্রাৰ্থনা কৰিলে, পাচ দিনা লিস্বন নগৰৰ লোকৰ দোআৰাই সাগৰৰ পাৰ ভৰপুৰ হল, আৰু পুৰুহিতে সুচি বস্ত্র পিন্ধি, গিত গাই ইশ্বৰক প্রাৰ্থনা কৰি কৰি আগলৈ জাব ধৰিলে। তাকে দেখি সেই ঠাইতে জিমান মানুহ আছিল, সিহঁতেও একে কালতে ইশ্বৰৰ ঠাইত প্রাৰ্থনা কৰিলে। সকলোএ জানিলে, জে এই জাবলৈ ওলোআ মানুহবিলাক নিচই মৰনৰ মুখতে সোমাইছে, (অৰ্থাত আটাইবিলাক মৰিব)। নাৱৰিয়াৰ পিত্রি মাত্রি, ভাই, বন্ধু আহি, ইএ সিএ ভিঙ্গিত ধৰি অনেক কান্দিলে। গামা উত্সাহি হৈও, ইয়াকে দেখি সোক কৰি তাৰ চকুৰ জল পৰিলে, আৰু সেই সেই মানুহবোৰৰ মাজে দি বেগাই গৈ, জাহাজত উঠি পাল তৰিবলৈ আগ্যা দিলে। ৰজাই গামাৰ লগতে দহ জন কইদিয়া ৰগৰিয়া মানুহ পঠালে, আৰু সিহঁতক বুলিলে গামাৰ আগ্যাৰ অনুসাৰে চলিলে, আৰু কোনো কঠিন কৰ্ম্মলৈকে সি তইতক পঠালে, সেই কাৰ্জ্জ তইতে সিধি কৰিলে মুক্তি পাবি।

পাচে সেই চৈধ্য স সাতানৈ সঁকৰ আঠ জুলাইত, গামাই টাগচনৈ এৰালে। অন্তৰিপৰ ওচৰ পালত পৰ্ব্বতৰ সমান ওখ ঢৌ দেখিলে, আৰু জাহাজ এবেলি এবেলি আকাসলৈ উঠে, আৰু এবেলি এবেলি পতাললৈ নামে। পাচে বায়ু জেতিয়া অলপ অলপ মন্দ হল, তেতিয়া নাৱৰিয়াবিলাকে গামাৰ ভৰিত পৰি প্রাৰ্থনা কৰিলে, জেন ইয়াৰ পৰা উভতি জাব; কিয়নো সাগৰ নিচই অগমনিয়; কিন্তু গামা সিহঁতৰ নিবেদন নে মানি পোনে

পোৰে চলি গল, পাচে নাৱৰিয়াবিলাকে তেঁওৰ অহিত চিন্তিব ধৰিলে। গামাই তাৰ আলচ বুজ পাই সিইতৰ মুখ্যবিলাকৰ তৰিত লোআ দিলে, পাচে সি, আৰু তাৰ ভায়েকে আপোনাৰ হাতে হালি ধৰি কুমাৰি অন্তৰিপ ঘুৰিলে। কিছু দিনৰ পাচত মচলমানৰ অধিন এখন উপদিপ পালে গৈ; সেই কালত পুৰ্ব্ব দেসৰ সকলো বেপাৰ সিইতৰ অধিন আছিল, এই কাৰনে সেই সাগৰে ইউৰপৰ জাহাজ দেখি, সিইতে বৰ ভই পালে, আৰু গামাৰ জাহাজ নষ্ট কৰিবলৈ কাৰ্ব্বাৰ কৰিলে; কিন্তু সিইতৰ হাতৰ পৰা মুক্ত হৈ, আন উপদিপলৈ আহি তাৰ পৰা ভাৰতবৰ্ষৰ ফালে নিচই মুখ কৰি, একে বেলিয়েই দখিন দেসত থকা কলিকতা নগৰ পালেহি, আৰু কলিকতাৰ ওচৰত থকা পৰ্ব্বত দেখি, আটাই মানুহ আনন্দিত হল। সেই ঠাইৰ অধিকাৰে প্ৰথমে গামাই সৈতে দেখা দেখি হৈ অনেক সদ আচাৰ কৰিলে। কিন্তু পাচে মচলমানবিলাকৰ বুধিৰে ইউৰপৰ মানুহে সৈতে প্ৰৱঞ্চনা কৰিব ধৰিলে। পাচে গামা আপোনাৰ কামনা সাধি, তাৰ দেসলৈ উভতি গল, আৰু মচলমানৰ বঞ্চনা কৰাৰ প্ৰতিকাৰ কৰিবৰ কাৰনে, পুনৰাই অহা সময়ত সিইতৰ দুই তিনি নগৰ, আৰু অনেক জাহাজ নষ্ট কৰিলে। গামাৰ অহা জোআ দুই বচৰ দুই মাহ গল, তাৰ লগৰ এস তিনি কুৰি মানুহৰ মাজত কেৱলে পঞ্চাস জন মানুহ উভতি আহিল; সিইত সকলোএ পৰ্ত্তুগালৰ ৰজাৰ পৰা অনেক ধন আৰু মান পালে। এই বেলি ইউৰপৰ মানুহবিলাক প্ৰথমে ভাৰত বৰ্ষলৈ সাগৰৰ পথে আহিল, আৰু এই বেলি ইউৰপৰ জাহাজো প্ৰথমে উত্তমাসা অন্তৰিপ ঘুৰিল। এই ৰূপে বাট প্ৰসিধ হলত, পৰ্ত্তুগিচ বিলাকে, আৰু ইউৰপৰ আন আন জাতি সেই বাটে দি ভাৰত বৰ্ষলৈ আহিবলৈ, আৰু পুৰ্ব্ব দেসৰ লোকে সৈতে বৰ বেপাৰ কৰিবলৈ ধৰিলে।

কোনো কোনোএ কই, গামাৰ এই প্ৰথম উত্তমাসাৰ অন্তৰিপ ঘুৰি জোআ, আৰু তাতে ইউৰপৰ লোকৰ আগত ভাৰতবৰ্ষ প্ৰকাস কৰা, কলম্বচৰ কৰ্ম্মৰ সমান প্ৰসংসা কৰিব লগা ন হই; তথাপি মানুহৰ বৰ কৰ্ম্মৰ মাজত এই এটা লেখা হব জিহেতু এই জোআতে এখন ন স্ৰিষ্টি জনা হল। মিচৰ দেসে দি আৰু আলেক্সান্দ্ৰিয়াই দি বেপাৰৰ জি বাট আছিল, সেই বাট একে কালতে বন্ধ হল, আৰু মচলমানবিলাকৰ সমুদ্ৰত পৰাক্ৰম লুপ্ত হল। পৰ্ত্তুগিচ লোকে কতক বচৰ ভাৰত বৰ্ষৰ মাজত ঠায়ে ঠায়ে কোঁঠ বহাই, পুৰ্ব্ব দেসৰ সকলো বেপাৰৰ লাভ ভোগ কৰিলে, আৰু সিইতৰ পৰাক্ৰম অসংখ্য ৰূপে ব্ৰিধি হল। কিন্তু ইৱৰত বাহিৰে একো চিৰস্থাই ন হব। দুই স বচৰ হল পৰ্ত্তুগিচবিলাক পুৰ্ব্ব দেসৰ প্ৰাই সকলো ৰাজ্যত পৰাক্ৰমি আছিল, কিন্তু পুৰ্ব্বে সিবিলাকৰ জি মহা অধিকাৰ আছিল, তাৰ মাজত এতিয়া গুআ নামে এখন সৰু নগৰ কেৱল থাকিছে। ম.

---

## মনুস্য পুনৰে পৰা পতিত।

**Depravity of Man.**

প্ৰথমে ইশ্বৰে তিনি প্ৰকাৰ জিৱ স্ৰিষ্টি কৰিলে, নিৰ্ম্মাংস নিৰ্ম্মল দূতবিলাক, সিইতৰ বাসস্থান স্বৰগ দিলে, আৰু আত্মা ৰহিত পসু সকল স্ৰিষ্টি কৰি, প্ৰিথিৱিত বাস কৰালে; মানুহক মাংস আৰু আত্মা এই দুই বিসিষ্ট কৰি, প্ৰিথিৱি আৰ স্বৰগ উভই থানে বাস কৰিবলৈ অধিকাৰ দিলে। সৰিল জেনেকৈ আত্মাৰ দাস তেনেকৈ প্ৰিথিৱি স্বৰগৰ গমনৰ পথ মাত্ৰ; মানুহৰ নিতে বাস কৰা থান ন হই। পৰম ইশ্বৰৰ উজ্বল প্ৰতাপ দৰ্সনাৰ্থে, আৰু পৰম দূতবিলাকে সৈতে তেঁওৰ গুন প্ৰসংসা গান কৰিবলৈ, আৰু তেঁওক প্ৰেম কৰি আপুনি তেঁওৰ প্ৰেমেৰে পৱিত্ৰিত হবলৈ মানুহক স্ৰজিচিল। সেই সকল উত্পনৰ নিমিত্তে জি জি প্ৰয়োজনিয় উপাই তাক ইশ্বৰে মানুহক দিলে। সত্ত স্বভাও আৰু সত্ত কৰম মানুহৰ আৱস্যক হই; এই কাৰনে সত্ত স্বভাও জন্যে গিয়ানেৰে আৰু প্ৰেমেৰে তাৰ মন পুৰ্ন কৰিলে; কিন্তু এই অৱস্থাতে তাকে থিৰ ন কৰি, মানুহৰ আপোন ইচা মতে কৰম কৰিবলৈ দিলে। সত্ত কৰমৰ জন্যেও পৰম ইশ্বৰে উত্তম ব্যৱস্থা দি, তাক পালন কৰিবলৈ, আৰু সদাই তেঁওক প্ৰেম কৰিবলৈ আগ্যা দিলে। কিন্তু মানুহে ইশ্বৰৰ সেই আগ্যা লঙ্ঘন কৰি অনন্ত পৰমানুসৰ আসা নষ্ট কৰিলে। আৰু ইশ্বৰে অক-

চি হৈ, এই অসাৰ সংসাৰত আসক্ত হল। এই হেতুক তাৰ মনৰ পৰা ইশ্বৰৰ পৰমাৰ্থিক প্ৰতিমূৰ্ত্তি লুপ্ত হল। জি কাৰনে সৃজন হৈছিল, অৰ্থাত ইশ্বৰৰ মহিমা প্ৰকাস কৰিবলৈ তাৰে পৰা অৰুচি হৈ, কুপথে গমন কৰিলে, আৰু মনো আচাৰো ভ্ৰষ্ট হল। ইশ্বৰৰ প্ৰতি তাৰ মনৰ প্ৰিতি নো হোআত তুষ্টিৰ নিমিত্তে সংসাৰিক বিসয়লৈ তাৰ প্ৰেম বাহিৰিবলৈ ধৰিলে।

এই দৰে ইশ্বৰৰ সত্ৰু হৈ, তেঁওক তুষ্ট ন কৰি আপোনাক তুষ্ট কৰিবলৈ ধৰিলে। আপোনাৰ সুখৰ অৰ্থে পৰম ইশ্বৰক নি বিচাৰি, সংসাৰিক বিসয়ৰ বিচাৰ কৰিলে, এনে দুষ্ট স্বভাৱেৰে আমি সকলো জন্মি আচোঁ। কিয়নো অসুচি বস্তুৰ পৰা কি সুচি বস্তু হব পাৰে? জেনেকৈ নিম্ তিতা গচৰ গুটি ৰলে, তাৰ জি পুলি গজে সি মূল গচৰ দৰে তিতাৰ গুন হব, নাইবা সিংহৰ সন্তান ক্ৰুৰ জাতি বিনে আন কোনো ন হই, এই দৰে আমাৰ আদি পিত্ৰি মাত্ৰি প্ৰভু পৰম ইশ্বৰৰ আগ্যা উলঙ্ঘন কৰি পাপি স্বভাও যুক্ত হল। আমি জে সিহঁতৰ সন্তান, সেই পাপি গুন স্বভাৱেৰে জনম ধৰিচোঁ; ইয়াৰ প্ৰমান অতি সৰু লৰাৰ ক্ৰোধ, হিংসা, লোভ, চোৰ, মিচাকথা। জদি মন্দ স্বভাৱেৰে ন জন্মা হলে, কি নিমিত্তে সিসু কালতে এই সকলো কুকৰ্ম কৰিবলৈ ধৰে।

আৰু অধিক বয়সিয়া লোক সকলে ভ্ৰষ্ট স্বভাৱৰ প্ৰমান দেখাই। কিয়নো সিহঁতৰ কাম, ক্ৰোধ, লোভ, মোহ, হিংসা, বেস্যা, প্ৰতিমা পূজা, ভেটি খোআ, অন্যাই লোধ, দৰিদ্ৰুক আৰু নিৰ্বলিৰ অন্যাই কৰা, ইয়াকে আদি কৰি সকলো দুৰ্গুন দেখাই। স্ৰিষ্টিৰ অধিকাৰতকৈ স্ৰিষ্টি বস্তুক, আৰু পৰমাৰ্থিক সুখতকৈ, সংসাৰিক সুখত অধিক প্ৰেম কৰে। প্ৰিথিৱিতকৈ স্বৰগ উত্তম, এনে কথা মুখে কই, কিন্তু মনে সৈ নে কাৰ্হে।

পৰম ইশ্বৰে জদি চিৰকালে প্ৰিথিৱিত থাকিবলৈ দিয়ে, তেন্তে স্বৰগলৈ জাবৰ ইচা নাই, আৰু সকলোতকৈও ইশ্বৰক প্ৰেম কৰে, এই কথা মুখে বোলে, কিন্তু কাৰ্জ ন কৰে। ইয়াৰে মানুহে জি স্বৰগতকৈ প্ৰিথিৱি, আৰু ইশ্বৰতকৈ সংসাৰিক সুখ অধিক প্ৰেম কৰে। পুনাৰ পৰা পতিত আচে, ইয়াকে বুজা জাই, ইশ্বৰে সকলো পাপক ঘিন কৰে, কিন্তু মানুহ পাপে পতিত হল, তেন্তে পবিত্ৰ ইশ্বৰে সৈতে কেনে মতে মিলন কৰা হব। ধৰম সাস্ত্ৰে এই উত্তৰ দিয়ে। "প্ৰভু যিচু খ্ৰিষ্টত জি কোনোএ বিস্বাস কৰেসি নষ্ট ন হৈ অনন্ত পৰমায়ুস পাব"। ম.

---

## প্ৰাৰ্থনা কৰা কল।

Tartar Praying Machine

তাতাৰ দেসিয়া লোকৰ মাজত এটা প্ৰাৰ্থনা কৰা জন্ত্ৰ আচে, সি এটা কোঁপোলা ঘুৰনিয়া চন্দুক, তাক সান সিলৰ দৰে থিয়কৈ পাতে, আৰু এগচ জৰি তাৰে পৰা নি তলত থকা সলাৰ নিচিনা এটা গজালৰ লগত জোগ কৰে, আৰু সেই তলত থকা গজালত ভৰি দিলে সেই চন্দুকটো কটাৰি ধকআ সানৰ দৰে ঘুৰে; পাৰ্চমেণ্ট নামেৰে এক ৰকমৰ চালৰ পাতত একেটা প্ৰাৰ্থনাকে বাৰ বাৰকৈ এহেজাৰ বেলিমান লিখি জোৰা দি মেৰাই মেৰাই তাৰ ভিতৰত থই। তাতে জেতিয়া কলটো ঘুৰআ হই, তেতিয়া সেই পাতত লিখা প্ৰাৰ্থনাবিলাকো ঘুৰি থাকে, আৰু মানুহবিলাকে কই, জে ইয়াৰে দেৱতা সকলোএ সন্তোস পাই সিহঁতৰ আসিৰ্বাদ আমালৈ পঠিয়াই দিএ, এই দৰে সেই অগিয়ান দেও পূজক লোকে মুঠ বাক্তি প্ৰাৰ্থনা কৰে কিয়নো সিহঁতে ভাৱে জে সেই জন্ত্ৰ জেতিয়া ঘুৰে তেতিয়া জিমান বেলি প্ৰাৰ্থনা লিখা থাকে, তিমান বেলি ইশ্বৰলৈ নিবেদন কৰা হই।

এই দৰে অসম দেসত অনেক লোকে মালা জপি থাকে, আৰু ভাৱে জদি আমি কোটি কোটি বাৰ দেও দেৱিৰ নাম লওঁ, তেহে আমাৰ অনেক পুন্য হব। কিন্তু জেনেকৈ তাতাৰ লোকৰ কল দোআৰাই ইশ্বৰৰ সেৱা প্ৰাৰ্থনা তেঁওৰ আগত গ্ৰাহ্য হব বুলি মনে ন ধৰে, সেই ৰূপে ইশ্বৰৰ নাম কোটি বাৰ ললেও অকাৰন। প্ৰেম ভক্তি কৰি এবেলি মাত্ৰ ললে ভাল, কিয়নো তেঁও আগ্যা কৰিচে বোলে অনৰ্থকৈ বচন নু বুলিবা, কিন্তু জেতিয়া তুমি প্ৰাৰ্থনা কৰা, তেতিয়া দুআৰ জপাই ইশ্বৰৰ আগত নিৰ্জ্জনে প্ৰাৰ্থনা কৰা, আৰু জি জনে অন্তৰ্জামি ৰূপে সকলোকে দেখে, তেঁও আটাইৰে আগত তোমাক কৰম ফল দিব। ম.



# গঁৰৰ বিবৰন।

The Rhinoceros.

গঁৰৰ দুই জাত আছে। এজাতৰ এটা খৰগ, এবিধৰ দুটাকৈ থাকে, এটা খৰগৰ জাতিৰ জনমৰ থান আচিয়া, দুটা খৰগৰ জাতিৰ আফ্রিকাত পোৱা জাই। গঁৰ দেখিবলৈ বৰ কদৰ্য্য, আৰু ৰৰনটো হাতিৰ নিচিনা অলপ কলা। তাৰ গাত নোম নাই, কিন্তু চাল খন বৰ ডাঠ আৰু খহটা, দোবলা দোবলহৈ থাকে। ঠেঙ্গবোৰ চুটি আৰু নেগুৰ সৰু কিন্তু আগটো বহল, সেই আগৰ দুই দাঁতিএ সৰুত নোম থাকে। ওপৰ ওঁঠ ঘোঁৰাৰ ওপৰ ওঁঠৰ নিচিনা, কিন্তু তাতকৈ দিঘল, আৰু বৰ বলি, তাৰেই আন জন্তুতকে কিবা ধৰিবলৈ, আৰু কোনো সময়ত গচৰ ডাল আদি কৰি ভাঙ্গিবলৈ বৰ চল পাই; তল ওঠ গৰুৰ ওঁঠৰ নিচিনা। কান ডাঙ্গৰ, জোঙ্গা, আৰু থিয় হৈ থাকে। তাৰ কানৰ সক্তি অধিক, আৰু খাঁওতে নাইবা শুই থাকোঁতে কেনেবাকৈ কোনো সবদ শুনে, তাতে থিয় হৈ আপোনাৰ মূৰ তুলি সেই সবদৰ উমানেই খেদি জাই।

চকু সৰু, গাহৰিৰ চকুৰ দৰে দেখা জাই। তাতে বৰ দ্রিষ্টি নাই, সেই কাৰন বহু দূৰৈলৈ নে দেখে, জদি তাৰ সমুখত ভই দেখে, তেতিয়া একেনো চোৱাকৈ বৰ বেগে খেদে, গঁৰৰ নাকৰ ওপ- ৰত, কপালৰ তলত, বৰ সৰুত এটা খৰগ থিয় হৈ থাকে, তাৰ সেই খৰগ কোনোটৰ এহাত্তকৈ দি- ঘল, কোনোটৰ চুটিও থাকে। সেই খৰগত সি বৰ বল পাই; জদি কোনো বনৰিয়া পহু আ জন্তুবোৰে তাৰ লগত জুজ কৰে, তেতিয়া তাৰ খৰগৰ দোআৰাই আপোনাক ৰখ্যা কৰে। বাঘে গঁৰৰ ওপৰত বল কৰিব নোআৰে, হাতিতকৈ অধিক ভই কৰে, কিয়নো গঁৰৰ সমূখলৈ গলে সি খৰগৰ দোআৰাই বাঘক খুচি মাৰে; কিবা খেদিবলৈ হাৰিত লৰ মাৰোঁতে সৰু বৃখ্যাদি পালেও খৰগেৰে খুন্দা মাৰি ভাঙ্গি জাই। তাৰ নাক গোন্ধৰ সক্তি অধিক দেখি কোনো চিকাৰি লো বতাহৰ ধালে গলে সি গোন্ধ পাই, এই কাৰণে চিকাৰিবোৰে তাৰ পাচ ফালে জাই। আৰ জেতিয়া গঁৰবোৰ টোপনিত থাকে, তেতিয়া চিকাৰিএ মনে মনে আহি গুলিয়াই মাৰে।

ব্রাহ্মন, হিন্দুবিলাকে, সেই গঁৰকে পবিত্র

সূচি বুলি, সিইঁতৰ মূৰ্ত্তি গোসাইবিলাকক সেৱা পূজা কৰা কোসা, অৰ্ঘা, বাটি, এইবিলাক কৰে, আৰু ব্ৰাহ্মনৰ লগুনত লোআ আঙঠিও কৰে। ৰজা আদি ভদ্ৰ লোকে, খৰগৰ বাটি সূচি বুলি অনেক দেসৰ লোকে খোআ পিয়া কৰে। আৰু কোনো দেসৰ মানুহবোৰে কই, গঁৰৰ খৰগৰ বাটিত বিহ দৈ পান কৰিলে বিহ গুচি মিঠা হই, এই দৰে বিস্বাস কৰি কই; কিন্তু সেঁই কথাকে সুনি, এজন সাহাবে সকল জাতৰ বিহ সেই খৰগৰ বাটিত পৰিমান চোআত চকপ নহল, জি বিহ, বিহেই, সি কেতিয়াও খৰগৰ বাটিত দৈ খালে আৰু পান কৰিলে মিঠা ন হই। খেহ দেসৰ কোনো কোনো ঠাইত, আগেএ গঁৰ খৰগৰ বাটি বেচিলে, ১০০ টকা মান লই।

গঁৰ বুঢ়া হলে তাৰ চাল অতি টান আৰু ডাঠ, এই হেতুকে সিহঁৰ গুলিৰে তাক মাৰিবলৈ আচল, কিয়নো সেই গুলি মঙহত নো সোমোআকৈ কেতিয়াবা চেপেটা হৈ জাই, সেই কাৰনে সৰহকৈ লোৰ গুলিৰে মাৰে। কিন্তু কোনো লোকে বিহ কাঁড়েৰেও মাৰে। তাৰ চালেৰে বৰ চিকোন ঢাল সাজে, কিন্তু জতে সৰহকৈ পাবলৈ নাই, তাতে কেতিয়াবা বৰ দৰ হই; আৰু এদিন এজন মানুহে চাৰি আঙুল মান এডোখৰ গঁৰৰ চাল, ১০ টকা মান কপ দি কিনোঁতে বেৰ্কহাদত্ সাহাবে দেখিলে।

গঁৰবিলাকে লোকক প্ৰায়ে হিংসা ন কৰে, জদি কোনোএ তাক বিৰোধ কৰে, তেতিয়া অতিসই ৰাগ জুক্ত হই। কিন্তু কোনোএ তাক নো জোকালে সিও একো ন কৰে।

গঁৰবোৰে হাঁতিৰ নিচিনাকৈ জাক পাতি নো ফুৰে, দুই এক কৈহে থাকে, চাপৰি অৰ্থাত নল, খাগৰি, ইকৰা এনে হাবিত থাকে, আৰু মঁহৰ নিচিনাকৈ বোকাত লেটি লই, আৰু গাহৰিৰ দৰে হোক হোকাই।

১৮২২ ইংৰাজি সকত কোনো সাহাব লোকে দিনাজপুৰৰ মহানন্দা নদিৰ কোসত অনেক জন্তু চিকাৰ কৰোঁতে, তাৰে ওচৰৰ এখন গাঁৱত এটা গঁৰকো চিকাৰত মাৰিলে। আৰু তাৰ পৰিমান চাবৰ কাৰনে, নাকৰ পৰা জপিনাৈলকে জুখি দহ হাত এবেগত দিঘল, নেগুৰ গচ তিনি পোআ, গাটোৰ ঘেৰ চই হাত এবেগত ন আঙুল, আৰু ওখই পাঁচ হাত, আগ মঙহ চৈধ্য সেৰ, দাঁত ভেৰ কুৰি, খৰগ এহাত চই আঙুল পালে, মুৰটো আন্দাজ চাৰি মোন মান হৈছিল।

গঁৰে মঙহ কেতিয়াও নে খাই, এইকাৰনে তাৰ মঙহ ব্ৰাহ্মন আৰু হিন্দুবোৰে সুচি বুলি খাই, কিন্তু বৰ সোআদ ন হই, আৰু সি ঘাঁহ, গচৰ ঠাল আদি কৰি খাই।

বহু বচৰৰ আগেএ মান দেসৰ পৰা এটা গঁৰ ফ্ৰান্সি দেসলৈ নি এখন নগৰত বনৰিয়া জন্তু পোহা ঠাইত ৰাখিলে; আৰু জি মানুহে সেই গঁৰক পুহিছিল, সি তাক খাবলৈ ১৪ সেৰ সুকান ঘাঁহ, ১৪ সেৰ ৰুটি পিঠা, চ কলহ মান পানি খুআইছিল, আৰু কেতিয়াবা তিনি চাৰি বটল মদো খাবলৈ দিছিল।

আচিয়াৰ পৰা ইংলণ্ডলৈ এবেলি এটা গঁৰ জাহাজেৰে নিয়াত, বাটত তাক পোহোঁতে ভাত আৰু চেনিৰ অধিক খৰচ দেখি, সেই গঁৰ জাহাজত নিয়াৰ ভেৰোন ৮০০০ টকা খৰচ হৈছিল। কোনো ঠাইত বগা বৰনেৰে গঁৰ আৰু খৰগো পোআ জাই।

ওপৰত মুখ মেলি থকা এটা খৰগৰ গঁৰৰ নকচা আছে, ৬



---

এই অৰুনোদই পত্ৰ মোং সিবসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপা খানাত্তে মাহে মাহে চাপ কৰা হৈছে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মূৰত দিলে ১॥ চ মহা।

**THE ORUNODOI,**

*A monthly Paper, devoted to Religion, Sciеnce, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোঙা। মো° শিৱসাগৰ, নবেম্বৰ ১৮৪৬ খ্ৰিষ্ট সং সঁক। নম্বৰ ১১।

VOL. I. SIBSAGOR ASAM, NOVEMBER, 1846. NO. 11.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

মঁৰা ৰজাৰৰ ঘৰফলিয়া গাঁৱত থকা, ভেবোআ ভোমৰ বৰ জৰ হৈ পোৰনি থৰাত, চেপ্তেম্বৰ মাহতে, এদিন গাত গিয়ান নে পাই, সুই থকাৰে পৰা লৰ মাৰি গৈ তিফুক নৈৰ পানিত জাপ মাৰি পৰি মৰিল।

কোনো কোনো অসমিয়া লৰা, বেজৰ কাম সিকিবৰ নিমিত্তে অসম দেসৰ পৰা কলিকত্তালৈ গৈ মেদিকাল কলেজ, অৰ্থাত্ত প্ৰধান বেজৰ স্কুলত সোমাল, আৰু কলিকত্তাৰ সমাচাৰ দৰ্পনত লিখিচে, সিইঁতে ভালকৈ সিকি আচে।

কলিকত্তাত্ দুই তিনি দিন পুৰনা পইচা পুৰ কৈ নচলাত, ৰুপ দি পইচা সলাই লোআবিলাকে সেই দুই তিন দিনৰ ভিত্তৰত ৩০,০০০ ত্ৰিচ হেজাৰ মান ৰুপ লাভ পালে।

জিলা জচোহৰৰ ওচৰত কাবদক নামেৰে নৈত এখন লোৰ সাঁকো আচে, তাতে বৰ্ত্তমান সকৰ দূৰ্গা পূজাত ৰঙ্গ চাবলৈ ৫০০ পাঁচ স ৬০০ চ স মান মানুহে সেই সাঁকোৰ ওপৰত উঠিল, ইতি সময়ত আটাই মানুহবোৰে সেই সাঁকোৰ একে কাষলৈ গলত, তৰ পৰি সাঁকো ভাল ভাগি সৰহ মানুহ মৰিল। পাচত চপা হৰকৰা সমাচাৰ দৰ্পনত কৈচে বোলে, সেই ভগা সাঁকো খন বান্ধিবলৈ আৰু সেই জিলাতে নতুনকৈ এখন সাঁকো সাজিবলৈকো শ্ৰী কালিপ্ৰসাদ পোধাৰ বাবুএ উপাই কৰিচে।

অক্তোবৰ মাহৰ ৫ তাৰিখে বঙ্গাল হৰকৰাতে চাপিচে বোলে, লখনৌ নগৰত এনে বতাহ বৰখুন ৫৪ চৌবন বচৰৰ ভিত্তৰত কেৱে দেখা নাই; আৰু নগৰত ভালেমান পকি ঘৰ ভাগি অতি সৰহ মানুহ মৰিল, আৰু বতাহে আম বাগিচাৰ গচবিলাক তেনেই ভাঙ্গি পেলালে। আৰু ধান আদি বহুত নষ্ট হোআত দুখিয়া মানুহবোৰে অনেক দুখ পাইচে।

লাহোৰ দৰবাৰে আৰু শ্ৰীজুত ৰজা গোলাব সিংহে পঞ্জাবৰ পৰা কাস্মিৰলৈ জি জি সেনাবোৰ শ্ৰীজুত সেখ ইমানউদ্দিনক জিকি ধৰিবৰ নিমিত্তে পঠাইচিল, তাঁলৈকে কম্পানিৰ সেনাপতি আৰু সেনাবিলাককো পঠাবলৈ কম্পানিএ থিৰ কৰিলে। কিন্তু কাস্মিৰত থকা মানুহাবলাকে বুলিচে বোলে, ৰজা গোলাব সিংহক এৰি আন জি অধিকাৰ আমাৰ ওপৰত পাতিবলৈ কম্পানিৰ ইচা আচে পাতোক, আৰু আমিও সেই জনক গ্ৰাজ্য কৰি মানিম, কিন্তু ৰজা গোলাব সিংহক নিচইকৈএ ভাল নে পাঁও দেখি তেঁওৰ তলত থাকিবলৈ ইচা ন কৰোঁ। আৰু এতিয়া কোনো সমাচাৰ পত্ৰত লিখিচে, সেখ ইমানউদ্দিনে পত্ৰ লিখি পঠালে বোলে, মোক দুখ নি দিলে মই কাস্মিৰ দেস এৰি আপুনি লাহোৰলৈ জাম। সেই কথাই জদি থিৰ হই, তেন্তে কাস্মিৰে সৈতে জুধ হোআ সম্ভও ন হই।

নেপাল দেসৰ খাতমান্দৰ প্ৰধান ৰাজ নগৰত মহা ৰানিৰ বৰ প্ৰিতি হোআ প্ৰধান সেনাপতি শ্ৰীজুত গৰ্গসিংহক নেপলিয়াইতে ১৪ চেপ্তেম্বৰ তাৰিখে বধ কৰিলে। পাচে মহা ৰানিএ তাৰ কাৰনে বৰ বেজাৰ পাই, অনুমতি দি আন আন প্ৰধান ৰাজ মন্ত্ৰি ভাঙ্গৰিয়াবোৰক আৰু সিইঁতৰ জি জি মত্তা মানুহ সেইবোৰে সৈতে, মুঠে ১০০

এস মান বধ কৰালে; আৰু লৰা তিৰোতাবোৰকো দেশান্তৰ কৰি খেদিলে, তাৰ পাচে মহা ৰজা পলাই গৈছিল, আৰু জুবৰাজ বন্দিয়াৰ হৈ আছিল। মহা ৰজাৰ দুতিয় কুঁঅৰিএ আপোন ইচাৰে প্ৰবৰ্ত্তি আচে, আৰু জি জি ডাঙ্গৰিয়াবোৰক মহা ৰানিএ ভাল নে পাইছিল, সিবিলাকক মাৰিবলৈ সেনা পঠাই দি, সেই দৰে আৰু এস মান মৰা হল।

অক্টোবৰ মাহৰ অৰুনোদইত দ্বাৰিকানাথ ঠাকুৰ বাবুৰ মিৃত্যুৰ সম্বাদ জি চাপিচিল, তেঁওৰ নকচা ইয়াতে চপা গৈচে। সেই বাবুৰ অনেক জমি আচিল, আৰু এক পত্ৰত চাপিচে, তেঁও বচৰি বচৰি কম্পানি ঘৰলৈ ১০ ০০ ০০০ দহ লাখ ৰুপ খাজনা দিএ, কিন্তু কলিকতাত থাকোঁতে সাহাব লোকে গোট খাই দুখিয়া মানুহবোৰক উপকাৰ কৰিবৰ নিমিত্তে এক চোচাইটি পাতিলে, সেই চোচাইটিলৈ দ্বাৰিকানাথ বাবুএ দুখিয়াবোৰক দিবৰ নিমিত্তে একে বেলিএ ১০০০০০ এক লাখ ৰুপ দিলে; আৰু সেই দৰে ঠায়ে ঠায়ে বহুত ৰুপ দিচিল।



Dwarkanath Tagore. দ্বাৰিকানাথ ঠাকুৰ।

ইংলণ্ড দেসত আগষ্ট মাহৰ প্ৰথম দুতিয় তাৰিখে অতিসই বৰ ধুমুহা আৰু সিলা বৃষ্টি হৈছিল, তেতিয়া মেঘৰ বৰ গাজনিত বিজুলি অতি ঘন হোআত মানুহবোৰে দেখি বৰ বিস্মই মানিচিল; সেই কালত অনেক মুনিহ তিৰোতা আৰু লৰাবোৰ মৰিল। আৰু ঘোঁৰা, গৰু, মেৰচাগ আদি সিও বহু মৰিল; বজ্ৰুপাতৰ জুইএ, অনেক ঘৰ আৰু ভঁৰালবোৰো পুৰিলে; আৰু কোনো ঠাইত একোটা চাৰি আঙ্গুলিয়া মান ডাঙ্গৰ সিল পৰিচিল, আৰু ইংলণ্ড দেসৰ আটাই ঘৰবোৰত আৰ্চিৰ দুআৰ, সেই দুআৰবে অতি সৰহকৈ ভাগিল। সেই বৰ ধুমুহাতে শ্ৰীশ্ৰী মতি মহা ৰানিৰ এটা ঘৰৰ ডগা আৰ্চি দুআৰ নকৈ দিবলৈ হিসাপ কৰিলত তাতে ২০,০০০ কুৰি হেজাৰ ৰুপ খৰচ হব। আৰু ৰাজ মেলৰ ঘৰত, ৭০০০ হেজাৰ খন আৰ্চি ভাগল। আৰু এটা নকচা দেখোআ ঘৰত, ১০,০০০ দহ হেজাৰ খন আৰ্চি ভাগিল। বৰখুন ইমান টানকৈ বৰখাত, জুৰি আদি সকৈনৈবোৰত অতি বেগে পানি বাৰ্হি, গৰাৰ ওপৰে বাগৰি গৈ, বৰ সোঁতেৰে কাঠ ঘৰ, গৰু, ঘোঁৰা, আৰু নৈৰ সাঁকো আদি কৰি, কেতবোৰ উটুআই নিলে; আৰু সেই পানিত, মানুহ জন চেৰেকো মৰিল। বাগিচা আৰু পথাৰৰ ঘেঁহু ধান আদি, অধিক নষ্ট হল।

স্কটলণ্ড দেসৰ কাইল্চ্ গাঁৱৰ ধাৰ ঘৰত আগষ্ট মাহৰ ১৮ তাৰিখে, অকস্মাত জুইৰ ফিৰি

জুটি পৰি গিৰিস্ কৰে বৰ সবদ কৰি বাযু বেগে সকলো বস্তু সমনিত্তে খাৰ ঘৰটো জুইএ উৰুৱাই নিলে; তাতে চই জন মানুহো মৰিল; আৰু সেই খাৰৰ সবদ ২০ ক্রোস মানলৈ সুনিলে।

ইটালি দেসৰ মৃত্যু হোৱা পাপা গ্রেগৰিএ জি ৰাজ্যৰ অহিত কৰা আৰু অৱিস্তিত প্রৱর্ত্তাবিলাকক বন্দি কৰি থৈছিল, তাকে পাপা পিঅচে মুকলি কৰাত, গোটেই দেস খনৰ গাঁৱে গাঁৱে নগৰে নগৰে অতি আনন্দিত হৈ ৰাতি সৰহকৈ চাকি লগাই, বৰ ৰঙ্গ কৰি আছিল। বন্দিসালৰ পৰা মুকলি কৰা মানুহ ৬০০০ চ হেজাৰ মান হৈছে; আৰু সেই গ্রেগৰি পাপাই জি ইটালি দেসত ৰেইলৰদ পাতিবলৈ নিসেধ কৰিছিল, তাকো পাতিবলৈ পাপা পিঅচে বিবেচনা কৰিছে।

ফ্রাঞ্চি দেসৰ পাৰিচ প্রধান নগৰত জুলাই মাহৰ ২৯ তাৰিখে সেই দেসৰ বৰ দিন দেখি, শ্রীশ্রী লুইফিলিপ মহা ৰজাক সকলো মানুহে দেখা পাবলৈ, অনেক জয়ধ্বনি কৰি ৰঙ্গ কৰাত মহা ৰজাই ঘৰৰ পৰা ওলাই দেখা দিলে; সেই সময়ত এজন বৰ দুষ্ট মানুহে মহা ৰজাক মাৰিম বুলি হিলৈৰে গুলি মৰাত, মহা ৰজাৰ গাত নে লাগিল। আৰু তেতিয়াই মানুহবোৰে তাক ধৰিলে। পাচে সোধ পোচ কৰি তাক জনম কাটক দিলে, আৰু লিকাওঁত্ নামেৰে মানুহ এজনে সেই মহা ৰজাকে গুলি মৰাৰ কথা জে জুন মাহৰ অৰুনোদইত ছপা হৈছিল, তাকো সোধ পোচ কৰি ৭ জুন তাৰিখে পাৰিচ নগৰৰ ওচৰত সেই ৰাজ দ্রোহিৰ মুৰটো কাটি পেলালে।

আগেএ ইউৰপ দেসত চাহ পুলি কিস বুলি নে জানিলে, কিন্তু এতিয়া ফ্রাঞ্চি দেসত চাহ গুটি কই বাগিচা কৰি, তাৰে পৰা চাহ বনাবলৈ পৰিমান চাই দেখিলে, সেই দেসত ভালকৈ গজি বাহিঁছে; আৰু ফ্রাঞ্চি মানুহবোৰে আলজেৰিয়া দেসত কইছিলে, কিন্তু বদ বৰ টান দেখি পুলি আটাইবোৰ মৰিল।

কেইপ অফ গুড হপৰ পৰা অহা পত্রত লিখিছে, ইংৰাজিৰে অধিক সেনা অস্ত্র সস্ত্র গোটাই জি কাফিৰ মানুহবিলাকে বন কৰি গাঁও পুৰি গৰু আদি কৰি লুট কৰিবলৈ আহিছিল, সিঁইতক তিনি চাৰি বাৰ লগ পাই, বন কৰি জিকিলে. আৰু ১৮০০০ মান ইংৰাজিৰ সেনাবোৰ গোট খাইছিল, কিন্তু খোৱা পিয়া বস্তু সিঁইতৰ লগত লৈ ফুৰিবলৈ কঠিন, সেই নিমিত্তে সিবিলাকে খাবৰ বস্তুৰ কাৰন বৰ দুখ পাবহেন জানিছে।

উলিয়াম্ এব্রাম্স্ নামে এখন আমেৰিকা মিল দেসৰ জাহাজ বষ্টন নগৰৰ পৰা কলিকতালৈ আহোঁতে পানিৰ তলত থকা বৰ সিলত খুন্দা লাগি ৩ আগষ্ট তাৰিখে সেই জাহাজ খন তললৈ গল। তাতে থকা মানুহবিলাকে জাহাজৰ কাঠ আদি জেয়ে জি পালে তাতে ধৰি, সকলোএ ৰাম পাই ৰখ্যা পৰিল।

সেই মাহৰ ভিতৰত বম্বেই ডাক ঘৰৰ পৰা ১৩৯৯৬ চিটি আৰু ৫১৩৪ সমাচাৰ দর্পনবোৰ বাম ডাকে দি, ইংলণ্ড দেসলৈ পঠাই দিলে। সেই মাহৰ ভিতৰত ইংলণ্ডৰ পৰাও ২৬৭৮৪ চিঠি আৰু ২৬১৭৪ মান সমাচাৰ দর্পন বম্বেইলৈ পঠাই দিলে।

আয়ৰলণ্ড দেসত থকা মানুহবিলাকৰ দুৰ্ভিখ্য হোৱাৰ নিমিত্তে চাতাৰা দেসৰ ৰাজাই মৰমকৈ ২০০০ হেজাৰ ৰুপ দি পঠাইছে।

লঙ্কা গৱনমেণ্টৰ গেজেটে বুলিছে, ১৮৪৫ সকত ৬০২৪৩ মানুহক চিটা দিছিলে, তাৰে ৪২৫৮০ জনৰ দাগ উঠি ভাল হৈছে; কিন্তু ৮৭৪৩ জনৰ দাগ নুঠিল।

গ্রিক দেসৰ আথিনি নগৰত শ্রীজুত কিঙ্গ নামে এজন আমেৰিকান পাদুৰি চাহাবে অনেক বচৰৰ পৰা সত্য ধৰম চলাবৰ নিমিত্তে কাৰ্য্য কৰিছে। এতিয়া দু বচৰ মান হল, তেঁও এখান সৰু পুথি লিখি, তাতে আগৰ কালৰ গ্রিকবিলাকৰ মতত থকা মণ্ডলিৰ বখ্যাকৰ প্রমান দি, আমাৰ প্রভুৰ মাত্রি মাৰিয়ামক আদি কৰি সাধুবিলাকক আৰাধনা কৰা অনুচিত, ইয়াকে স্পষ্ট ৰূপে দেখালে। সেই পুথি পঢ়ি তাত থকা গ্রিক লোকবিলাকে অতি খঙ্গ হৈ চিৰা নামে এখন সৰু মাদুলিৰ নগৰত সোধ পোচ কৰিবৰ চলে তেঁওক নি বধিবলৈ উপাই কৰিলে। সেই ঠাই পাই তেঁও সিঁইতৰ কুমন্ত্রনা বুজ পাই বাসলৈ নুঠাকৈ জাহাজেৰে আথিনি নগৰলৈ গল।

## মতোৱাল হোৱাৰ কথা।

On Drunkenness.

পাৰস দেসৰ ৰজা কোৰেসে, সকতে আপোন পিত্রি কেম্বাইসিজৰ ৰাজগ্রিহত আছিল। এদিন কোৰেসে আপোন পিত্রিক লতাপনিয়ালৰ বস খুআবলৈ আপোনাৰ গাত বাব ললে। সেই বস কৰা মানুহৰ এনে বিত্তি আছিলে, জে বাদসাহলৈ পাত্র দিয়াৰ আগেএ সি আপুনি তাকে চাকিব পাই।

কোৰেসে এই দৰে স্বাদ নু বুজাকৈ অতি ভাল দৰে বাদসাহলৈ পাত্র দান কৰিলে, বাদসাহে তাক সেই বিত্তি সোঁৰবাই দিলে, আৰু কলে জে তুমি এই বিত্তি পাহৰি থাকিচা হবলা। কোৰেসে কলে জে মই পাহৰা নাই, কিন্তু ইয়াৰ ভিতৰত কিবা বেয়া আছে জেন লাগিচে, কিয়নো আপুনি জেতিয়া বৰ ভোজ পাতিচিলে, তেতিয়া এই দৰে বস্তু খাই আপোনাৰ ফুকন বৰুআবিলাকে কেনে জগৰ কৰিচিল, আৰু আপুনিও ৰজাৰ জোগ্য কাৰ্জ কৰা নাই এই কাৰনে তাক চাকিবলৈ মোৰ ভয় লাগে। প. স.

---

## পিৃথিবিৰ পুৰ্বকালিয় ইতিহাসৰ সংখেপ বিবৰন।

### য়িহুদিবিলাকৰ কথা।

Brief History, Continued. The Jews.

মিচৰিয়াবিলাকৰ পাচে জি জাতিৰ বৃিধি হল, সিইঁতে য়িহুদিয়া লোক। সকলো জাতিৰ মাজত ইশ্বৰ বিসই সত্য গিয়ান নষ্ট হলত ইশ্বৰে সিইঁতৰ মাজত আপোনাৰ গিয়ান স্থিৰ কৰি ৰাখিবৰ নিমিত্তে, এক বংসক মনোনিত কৰিলে, জলপ্লাবনৰ চাৰি স বচৰৰ পাচত ইশ্বৰে কাসিদিয়া দেসৰ পৰা আব্রাহামক মাতিলে, আৰু তালৈ অঙ্গিকাৰ কৰি কলে, জদি তোমাৰ সন্তানবিলাকে মোৰ আগ্যা মানি আচৰে, তেন্হে য়িহুদি দেস তোমালাকক দিম। আব্রাহামৰ পুত্র য়াকুবৰ বাৰে পুত্র আছিল, আৰু সিইঁতৰ সন্ততিবিলাকৰ পৰা এই জাতি উতপন হল, এই কাৰনে সেই জাতিৰ বাৰে বংস হল। য়াকুব আপোন পৰিয়ালকলৈ একালৰ সময়ত মিচৰ দেসলৈ গলত সেই ঠাইতে তাৰ বংসৰ বৰ বৃিধি হল; আৰু সিইঁতে তাত ৰজাৰ পৰা অনেক দুখ পালে। মিচৰ দেসত দু স বচৰলৈকে থাকিবৰ পাচে, ইশ্বৰে সিইঁতক অনেক আচৰ্জ্য কৰ্মৰ দোআৰাই বাহিৰ কৰি আনি, কিনান দেসত থাপিলে। সেই ঠাইতে সিইঁতে চাৰি স বচৰলৈকে ইশ্বৰে দিয়া অধিপতিবিলাকৰ তল হৈ থাকিল, পাচে ক্রমে ক্রমে সিইঁতে আন দেসিয়াবিলাকৰ নিচিনা আপোনাইঁতলৈ এটা ৰজা পাতিবলৈ ইচা কৰিলে, আৰু চৌল নামেৰে এজনক ৰজা অভিসেক কৰিলে, চৌলৰ পাচে দায়ুদ সিংহাসনত বহিল, আৰু তেঁওৰ কালত ৰাজ্যৰ এনে মহত্ত আৰু ঐশ্বৰ্জ হল, জে তাৰ আগেএ বা পাচে কেতিয়াও তেনে হোআ নাই। দায়ুদৰ পুত্র চলমোনে এটা মন্দিৰ সাজিলে; সি এনে ভাঙ্গৰ আৰু বহু মুল্য বস্তুৰে নিৰ্মান কৰা হৈছিল, জে তাৰ নিচিনা মন্দিৰ পিৃথিবিৰ ভিতৰত আৰু হোআ নাই। বেপাৰ বানিজ্যত তাৰ অধিক কাৰ্বাৰ আছিল, তাতেহে তাৰ দেসত ঐশ্বৰ্জৰ ইমান বৃিধি হল। তেঁওৰ মৰনৰ পাচত, তেঁওৰ পুত্র ৰিহোবোআমে সিংহাসনত বহিল, সি এনে অগিয়ানি ৰজা আছিল, সি ৰজা হোআ কালত দেসৰ বাৰে ভাগৰ দহ ভাগ তেঁওক এৰি আনৰ অধিন হল, ৰিহোবোআমৰ ৰাজ্যৰ তিনি স পঞ্চাস বচৰৰ পাচে বাবিলৰ ৰজা নিবুকদনেসৰ সেই দেস আপোনাৰ ৰাজ্যৰ লগত একে লগ কৰিলে, কিন্তু ইয়াৰ এস বচৰৰ আগেএ সেই ৰাজ্যৰ জি দহ ভাগ আনৰ অধিন হৈ আছিল, সিইঁতক আটাইকে আসুৰৰ ৰজাই আপোন দেসলৈকৈ গল, সেই দেস আফ্ঘানস্থানৰ ওচৰতে আছে। এনে মনে ধৰে, জে সিইঁতে তেতিয়াৰে পৰা তাতেই বসতি কৰি আছে। বাবিলৰ ৰজাই য়িহুদি দেস জই কৰিলত, সত্তৰি বচৰৰ পাচত পাৰ্চিৰ ৰজাই বাবিল ৰাজ্য ভাঙ্গি, সেই একে ঠাইতে পাৰ্চিৰ ৰাজ্য থাপিলে, আৰু য়িহুদিবিলাকক আকৌ সিইঁতৰ নিজ দেসলৈ পঠিয়ালে, সেই ঠাইতে সিইঁতে সেকন্দৰ সাহ অধিকাৰ হোআ মানলৈ, পাৰ্চিৰ অধিন হৈ থা-

কিল। সেকন্দৰ সাহে জেতিয়া পাৰ্চি দেস জই কৰিলে, তেতিয়া য়িহুদি দেসো তাৰ লগত পৰিল, সেকন্দৰ সাহৰ কালৰে পৰা খ্রিষ্টৰ দিনলৈকে, য়িহুদিবিলাকে কেতিয়াবা নিজ অধিন, কেতিয়াবা লোকৰ ৰজাৰ অধিন আচিল। খ্রিষ্টৰ কেতেক বছৰৰ পাচে ৰোমিয়াবিলাকে সেই দেস নিচইকৈ জই কৰিলে, আৰু আটাই য়িহুদিবিলাকক সেই দেসৰ পৰা খেদিলে; তেতিয়াৰে পৰা সি·· জন্তে তন্তে ভিন ভিন হৈ, সকল জাতিৰ মাজত ঠায়ে ঠায়ে আচে, তথাপি সিইঁতে আপোন বেৱহাৰ, আৰু ইস্বৰ সেৱা, আৰু নিজা ভাসা তিয়াগ কৰা নাই।

---

## মাদিয়া ৰাজ্য।

**Kingdom of Media.**

খ্রিষ্টৰ জন্মৰ সাত স বছৰৰ পূৰ্ব্বে আৰ্বাসিস দোআৰাই এই ৰাজ্য থাপিত হল। তাৰ ৰজাবিলাকে ক্রমে ক্রমে চাৰিও ফালৰ সৰু সৰু দেস জই কৰি লৈ আপোনাইঁতৰ ৰাজ্যৰ পৰাক্রম আৰু ঐশ্বৰ্জ্য বৰ্হালে; কিন্তু জিমান দিন বাবিলনৰ ৰাজ্য আচিল, তিমান দিনলৈকে সিইঁতে সেই দেসৰ ওপৰত সম্পূৰ্ন ভাৱে সাসন কৰিব নোআৰিলে। মাদিয়াৰ ৰাজ্য থাপিবৰ দুই স বছৰ পাচে কোৰেসে জুৱৰাজ হল, তেঁওৰ পিত্রিএ পাৰ্চি দেসৰ ৰজা আচিল, আৰু তেঁওৰ মাত্রিএ মাদিয়া ৰজাৰ জিয়াৰি আচিলে, পাচে তেঁওৰ ককাকে অৰ্থাত মাদিয়াৰ ৰজাই তেঁওক মতাই নি আপোনাৰ সকল সৈন্যৰ ওপৰত অধিকাৰ পাতিলে। কোৰেস জুৱৰাজে সেই সেনাবিলাকক লৈ গৈ বাবিলনৰ ৰাজ্য জই কৰি অনেক স্রমেৰে ৰাজ নগৰো ললে। সেই নগৰ ইমান বৰ আচিল, সেই কোৰেসে তাক জই কৰাৰ বাত্রা তিন দিনৰ পাচে সিমাত্তে থকা মানুহবিলাকে পালে। কোৰেস ৰজাই পাৰ্চি, আৰু মাদিয়া, আৰু বাবিলন, আৰু আন আন ৰাজ্যবিলাক একে লগ কৰি, পৃথিৱিৰ মাজত এটা বৰ ৰাজ্য স্থাপন কৰিলে, তাৰ মাজত এস একুৰি সাতোটা দেস আচিল, সেই অতি ডাঙৰ ৰাজ্যৰ নাম পাৰ্চি হল।

## পাৰ্চিৰ ৰাজ্য।

**of Persia.**

কোৰেসৰ পঞ্চাস বছৰৰ পাচে জেৰ্ক্সেস সিংহাসনত বহিল। গ্রিক দেস জই কৰিব নোআৰাত তেঁওৰ নাম প্রসিধ আচে। গ্রিক দেস ইউৰপৰ সিমান্ত আচে, সি অতি খুদ্র দেস কিন্তু তাৰ মানুহবিলাক বৰ সাহিয়াল। জেৰ্ক্সেস সেই দেস জই কৰিবলৈ মনত থিৰ কৰি, দহ লাখ সেনা গোটাইছিল, এই সেনাবিলাক লৈ, জেতিয়া তেঁও ইউৰপ আৰু আচিয়াৰ মাজত থকা সাগৰৰ তিৰ পালেগৈ, তেতিয়া সেই ঠাইতে এটা দলঙ বান্ধিলে, কিন্তু সাগৰৰ ঢৌৱত সাঁকো ভাঙিলত জেৰ্ক্সেসে মহা ক্রোধ ভাৱ হৈ, সাগৰক তিনি স বেত মাৰিবলৈ আগ্যা দিলে, আৰু ক্রোধৰ আৱ এক চিন লোৰ সিকলিৰে সাগৰক বান্ধিবৰ কাৰনে তাৰ ওপৰত পেলাই দিলে। জেৰ্ক্সেস গ্রিক দেসলৈ গলত তিনি স মান্য গ্রিক দেসিয়া মানুহে, লোকৰ অধিন হোআতকৈ মৰনক ভাল আৰু ডাঙৰ মানি, সিইঁতৰ আহিব লগা পৰ্বতৰ ঠেক বাটত মৰনলৈকে জুধ কৰিলে। জেতিয়া এজনে সেই তিনি স প্রসংসনিয়া গ্রিক সেনাপতিক বতৰা দি কলে, জে পাৰ্চিৰ ৰজাৰ কাঁৰেৰে সূৰ্জ্য মণ্ডল ঢাকিব, তেতিয়া তেঁও কলে, তেনেকুআ হলে ভাল হব, আমি চাঁতে থাকি ৰন কৰিম। জেৰ্ক্সেসৰ লাখ সেনা, আৰু অসংখ্য জাহাজ গ্রিকইঁতৰ, দোআৰাই ইমান মৰা গল, জে অকল তেঁওহে সেই দেসৰ পৰা পলাই সাৰিল, আৰু আপুনি নিৰ্মান কৰা সাঁকো ঢৌৰ দোআৰাই পুনৰ্বাৰ ভাগিল দেখি, এখন ঘাটৰ নাৱেৰে পাৰ হৈ সন্তোস হল। পাচে এস পঞ্চাস বছৰলৈকে সেকন্দৰ সাহে অধিকাৰ হোআ পৰ্জন্তে গ্রিকইঁতৰ আৰু পাৰ্চিইঁতৰ মাজত জুধ আচিল, পাচে সেকন্দৰ সাহে অতি অলপ সেনাৰে সেই বৰ গ্রিক ৰাজ্য জই কৰিলে। ম.





The Whale.

# তিমি মাচৰ বিবৰন।

সুজন কৰা সকলো জন্তুৰ মাজত তিমি নামে যে সাগৰত থকা মাচ অতি ডাঙ্গৰ। সেই মাচৰ মাজত প্ৰাই পঞ্চাস হাত দিঘল, কোনো এবিধ ৭৫ হাত দিঘল হৱ। তাৰ মূৰটো, সৰিলৰ তিনি ভাগৰ এভাগ হৱ আৰু কান্ধ গচ ৬ হাত দিঘল, পাখিবোৰ ১৬ হাত বহল। তাক জুখিলে ডাঙ্গৰ ২০০ দুস মঁহৰ মান গধুৰ হই; ইমান ডাঙ্গৰ জন্তু হলেও তেও তাৰ চকু নিচই সৰু, গৰুৰ চকু নিচিনা। মাইকি মাচৰ ন দহ মাহ গৰ্ভ হৈ আন মাচৰ নিচিনাকৈ কনি নে পাৰে, কিন্তু জন্তুৰ নিচিনা এটা পোআলি জগাই। সেই পোআলিএ মাকৰ পিয়াহ খাই জিএ। আৰু সাগৰত এজাত কলা পোক আছে সেই পোকবোৰ তিমি মাচে খাই।

এই ভয়ঙ্কৰ মাচটোৰ সত্ৰু সাগৰত অনেক আছে। প্ৰথমতে, গুকনিৰ নিচিনা এনে এক জাত সৰু পোকে সেই মাচৰ গাতে লোমাই তেল খাই থাকে। দুতিৰ সত্ৰু, তৰোআল নামেৰে কঁকিলা মাচৰ নিচিনা, সেই মাচে সদাই তিমিৰ পাচে পাচে জুধ কৰিবলৈ খেদি খেদি জাই; তাকে দেখি তিমিএ ভয়ত কঁপি পানিৰ পৰা ডেও মাৰি দুৰৈ হৈ আন ফাললৈ পলাই জাই। আৰু নেজৰ বাহিৰে তাৰ প্ৰান ৰাখিবলৈ একো উপাই নে পাই, কেৱল নেজৰ দোআৰাইহে সত্ৰুক খেদে, আৰু জেতিয়া সি ফান্দেৰে এবেলি কঁকিলাক চাটি মাৰে, তাতে তাৰ সংহাৰ হই। তথাপি কঁকিলাই তাৰ চাটিত একোকে নে মানে। কিন্তু লাফ মাৰি তিমিৰ ওপৰত পৰি চোকা দাঁতেৰে কামুৰি ঘা লগাই। তেতিয়াই তিমিৰ গাত তেজ ওলাই সাগৰৰ পানি তেজেৰে ৰঙ্গা হৈ জাই, আৰু তিমিএ তাৰ সত্ৰুক মাৰিবলৈ জেনেকৈহে ফান্দেৰে আফাল মাৰে সেই আফালৰ সবদেই বৰটোপতকৈও বৰ হই।

কিন্তু এই বৰ জন্তুৰ সকলো সত্ৰুতকৈ মানুহে তাৰ প্ৰধান সত্ৰু। মানুহে তিমিক এবচৰত জিমান সংহাৰ কৰিব পাৰে, আন আটাই সত্ৰুএ জিৱনৰ পৰা মৰনলৈকে ইমান মাৰিব নোআৰে।

তিমি মাচক উত্তৰ আৰু দখিন কেন্দ্ৰৰ ওচৰত

সৰহকৈ পোৱা জাই, আৰু সিহঁতক পাবৰ ভৰত সাগৰৰ দাঁতিলৈ আছে, তাতে সৰহকৈ সাগৰৰ দাঁতিত মৰা জাই। কিন্তু সেই মাচক মাৰিবলৈ ডেন্মাৰ্ক, হলণ্ড, ইংলণ্ড, আৰু আমেৰিকাৰ পৰা বহু জাহাজ বচৰি বচৰি গৈ মাৰে দেখি এতিয়া তিমিবোৰ কম্তি হল; কিন্তু জিবোৰ আছে সেইবোৰ বৰ গম্ভিৰ পানিতহে থাকে।

এই তিমিক ধৰা কথা বৰ আচৰিত, আৰু তাক মৰাৰ নিবন্ধ এই: সেই মাচক ধৰিবৰ কাৰন জাহাজ খনেপতি ৬ খন ৬ খন নাও, আৰু নাৱেপতি চটা চটা নাওবৈচা, আৰু হাতত উভোতা কোললৈ এটা এটা মানুহ থাকে। তাতে অতিসই জাৰ দেখি পানিবোৰ কোনো কোনো ঠাইত গোট খাই টান হই আৰু হিম পৰি একোটা পৰ্বতৰ নিচিনা হৈ থাকে। পাচে মাচ মৰিয়া জাহাজৰ পৰা দুখন নাও কিচুমানৰ দুৰৈত সেই টান হোৱা পানিৰ ওচৰত লেজুৰে নাও বখাই, তিমিক দেখা পাবলৈ চাই থাকে, আৰু সেই নাও দুখনৰ সলনি চাৰি ঘৰিৰ অন্তৰত হই। পাচে জেতিয়া তিমিক দেখে, তেতিয়া সেই নাও দুখনে পাচে পাচে খেদে, আৰু তিমি জেতিয়া অতিসই তললৈ জাব খোজে, তেতিয়া তাৰ কান্দ গচ নিচইকৈ ওপৰলৈ থিয় কৰে, সেই প্ৰমানেৰে মানুহবোৰে জানে জে সি বেগতে নোলাই, এঘণ্টা বা দুঘণ্টা মানৰ পাচতহে ওলাব। সেই ৰূপে তললৈ নৌ জাওতেই জদি কোনো নাৱে ওচৰতে দেখা পাই, তেতিয়া কোল লোৱা মানুহটে খোঁচ মাৰি দিএ, আৰু সেই কোল তিমিৰ গাত লাগিলেই জাহাজৰ মানুহক জনাবলৈ এডাল ভাঁৰ নাৱত থিয়কৈ পুতি দিএ, তাতে জাহাজ বখিয়াই আন আন নাওবোৰক সিহঁতৰ সহাই হবলৈ বেগাই পঠিয়াই দিএ।

জেতিয়া তিমিএ আপোনাৰ গাত দুখ পাই তেতিয়া বৰ বেগে লৰ মাৰে আৰু জি জৰি সেই কোলত লগাই বান্ধি থই, সেই গচ জৰি দুশ বেঁও দিঘল, মাচে জলৈকে জাই তলৈকে জাব পৰাকৈ জৰি গচ নাৱত মেৰাই মেৰাই থই প্ৰথমে তিমিএ এই ৰূপে বেগাই জাওতে, নাৱত ঘহনি লাগি জৰিত জুই উঠিব বুলি ভই কৰি, জৰিত পানি দি থাকে। কিন্তু জেতিয়া মাচৰ শক্তি হিন হই, তেতিয়া নাৱৰিয়াই আৰু জৰি নে মেলাকৈ সেই জৰিৰেই মাচক উলিয়াবলৈ কাৰ্বাৰ কৰে, তথাপি জদি দু শ বেঁও জৰিএও নাটে তেন্তে আন নাৱৰ পৰা জৰি আনি, সেই জৰিৰ লগত জোৰা দিয়ে; কোনো কোনো বেলিত চই খন নাৱৰ জৰিৰেহে জাটে, কিন্তু সদাই তিনি নাৱৰ জৰিএই জোৰে। সেই মাচটো পানিৰ তলত বহু বেলি থাকিব নোৱাৰে, কিন্তু উসাস লবলৈ পানিৰ ওপৰলৈ উঠি আহে, আৰু নি জিৱাই মানে পানিৰ ওপৰতেই থাকে, তেতিয়া আন নাও আহি তাৰ ওপৰত পুনৰাই কোল মাৰে; তেতিয়া সি আকৌ তললৈ জাই, কিন্তু আগতকৈ অলপ থিৰে জাই, আৰু সি দুতিয় বাৰ পানিৰ ওপৰলৈ উঠিলে তললৈ জাবলৈ অশক্তি হই, তেতিয়া নাৱৰিয়াবিলাকে দিঘল জাঠিৰে খুঁচি মাৰে। জেতিয়া মাচৰ মুখৰ পৰা পানি আৰু তেজ ওলাই, তেতিয়া সি মৰিব বুলি জানে।

তিমি মাচ মৰিলে তাক জাহাজৰ লগত বৰ সকত জৰিৰে বান্ধি কাটে, আৰু লুটিয়াই কাটিবলৈ তাৰ মূৰত এগচ, কান্দত এগচ, জৰি দি বান্ধে, আৰু তাৰ পিঠিৰ পৰা নি পিচলাকৈ মানুহে ভৰিত লোৰ কাঁইট পিন্ধি তাৰ ওপৰত উঠি কাটে; তিনি হাত বহল আঠ হাত দিঘলকৈ তাৰ তেল মঙহ কাটি কাটি জাহাজৰ ওপৰত তোলে, আৰু তেল উলিওৱা হলে, পাচে তাৰ মুখৰ হাৰ কুঠাৰেৰেহে কাটি উলিয়াই।

আন মানুহে তিমিৰ মঙহ নে খাই, কিন্তু উত্তৰ কেন্দ্ৰত থকা বন মানুহবোৰে বৰ ভাল পাই, তাৰ তেল বৰ সোআদ বুলি খাই। সিহঁতে জতে জতে এনে মৰা মাচ পাই, ততে সবা তিবোতা আটায়ে বাস কৰি খাই থাকে; দু চকাই মানে তাৰ পৰা নে জাই।

১৮০২ সনত কাপ্তান লাইজক লাহাৱে তিমি বিচাৰোঁতে জাহাজৰ ওচৰতে এটা দেখা পাই চাৰি খন নাও পঠালে, দুখন নাও তাৰ ওচৰলৈ গৈ দুয়ো নাৱৰ পৰা একে বেলিএই ওভোতা কোল মাৰিলে। তিমিএ বেঁও চেৰেক মান তল হৈ আৰু

এখন নাৱৰ কাষে গৈ উঠোঁতে তাৰ মুৰ নাৱৰ তলত লাগি মানুহে সৈতে নাও খন দহ হাত মানৰ ওপৰলৈ দলি মাৰি লুটি খুৱাই পেলালে, আৰু মানুহ বোৰ আন নাৱত ধৰি ৰখ্যা পৰিল, কিন্তু এজন মানুহৰ ভৰিত জৰি মেৰ খাই নাৱে সৈতে তললৈ গল, পাচত সেই মাচটোও মৰিল। সেই দলি মাৰি পেলোৱা নাও, আৰু তিমি মাচৰ নক্সা ওপৰত দিয়া হৈছে।

১৮২০ সঁকত এচেক্স নামে এখন জাহাজ আমেৰিকা মিল দেশৰ নান্টাকেট নামে গাঁৱৰ পৰা তিমি বিচাৰিবলৈ পাচিফিক সাগৰলৈ গৈছিল। এদিন সেই জাহাজৰ মানুহবোৰে এটা তিমি পোৱালি মাৰিলত মাকে বেজাৰ পাই জাহাজৰ পৰা অলপ দূৰে গৈ অতি বেগেৰে উভতি আহি জাহাজত খুন্দা মাৰিলে, তাতে জাহাজ খনে বৰ দুখ পাই কাঠ চলাচেবেক ভাগিল, পাচে তিমিএ আৰুও এক মাইল মান দূৰ হৈ আগতকৈও অতি বেগে আহি পুনৰাই খুন্দা মাৰি জাহাজ খন ভাগিলে। তেতিখনে মানুহবিলাকে সৰু নাওবোৰত উঠি ৰখ্যা পালে। কিন্তু জাহাজ খন তল গল, আৰু সেই বৰ মাচটোক দেখা নে পালে, সেই মানুহবোৰে দিন চেৰেকলৈ ভুমি নো পোৱাত আহাৰ কৰিবলৈ নে পাই বৰ দুখ পাইছিল, কিন্তু সেই বাটে দি আন এখন জাহাজ জাঁওতে সিহঁতক দেখি তুলি নিলে।

এক তিমি মাচৰ পৰা ১২০ চকুৰি মোন মান তেল পোৱা জাই। কোনো বিধৰ মুৰৰ পৰাই ২৫ মোনকৈ পাই। আৰু তাৰ মুৰৰ পৰা এক জাতৰ হাৰ ওলাই, সেই হাৰৰ অনেক কাম হই, আৰু তাৰ দৰো সৰহ। জাহাজবোৰে তিমি বিচাৰোতে তিনি বচৰ মানলৈ খোৱা পিয়া বস্তু সকলো জাহাজত ভৰাই নিয়ে; আৰু দুই তিনি বচৰ মান সাগৰত তিমি বিচাৰি ফুৰি থাকে। কেতবোৰ জাহাজে ১০০০০০ এক লাখ ৰুপহ্‌কৈও অধিক ৰুপৰ তেল আৰু হাৰ পাই; কিন্তু কেতিয়াবা একো নো পোৱাকৈ দুবচৰ মানৰ মুৰত উভতি জাই। আৰু কোনো বচৰত জাহাজ ভাগি নষ্ট হই। ১৮৩০ সঁকত ৮৭ জাহাজৰ মাজৰ ১৭ খন ভাগিল, আৰু ২৪ খনে তিমি নো পোৱাকৈ উভতি আহিল। ১৮১৪ সঁকৰ পৰা চাৰি বচৰৰ ভিতৰত ইংলণ্ড, আৰু স্কটলণ্ডৰ পৰা ৪৮৬ চাৰি স চয়াসি খন জাহাজ তিমি ধৰিবলৈ গৈছিল। এতিয়া সৰহ জাহাজ ভাগিল, আৰু তিমি পাবলৈকো টান দেখি আগৰ দৰে অধিক জাহাজ নে জাই। আমেৰিকা মিল দেশৰ পৰা ইংলণ্ডতকৈও সেই কামৰ নিমিত্তে অধিক জাহাজ বচৰি বচৰি পঠাই দিএ।

তলত জি সৰু নক্সা দেখা জাই, তিমিৰ ওপৰত উঠি দুজন মানুহে কুঠাৰেৰে তেল মঙহ কাটি আছে, তাৰ কোসত এক নাও আৰু নাৱৰ ভিতৰত এক মানুহ আছে; সোঁ হাতৰ কাষে দুই পিপা থিয়কৈ থৈছে; পিচ কাষে জি বগা দেখা জাই সেয়ে গোটা খোৱা টান পানি আৰু হিম। §



সকল জন্তুৰ মাজত তিমি অতি ভয়ঙ্কৰ,
সাগৰ মধ্যে থাকে সিটো দেখি লাগে ভৰ;
তথাপিও তাৰ ওপৰত মানুহ অধিকাৰ,
সেই কাৰনে মাৰি তাৰ লই তেল হাৰ;
বহু লোকে জাহাজেৰে ফুৰি থাকি সদাই,
অতি দুখে মাৰি তাক বৰ লাভ পাই।

---

এই অৰুণোদই পত্র মোং শিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপা খানাতে মাহে মাহে চাপ কৰা হৈছে। আগিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ ডেৰ টকা।

**THE ORUNODOI,**

***A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.***

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোআ। মো: সিৱসাগৰ, ডিচেম্বৰ ১৮৪৬ খ্রিষ্ট অং সংক। নম্বৰ ১২।

VOL. I. SIBSAGOR, ASAM, DECEMBER, 1846. NO. 12.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

গ্ৰেট ব্ৰিটন নামেৰে জি লোহাৰ বৰ জাহাজৰ কথা জানোআৰি মাহৰ অৰুনোদইত লিখা আচে, সেই জাহাজ নুয়ৰ্ক নগৰলৈ জাবলৈ ২২ চেপ্তেম্বৰ তাৰিখত লিবৰপুল নগৰ এৰি, সেই দিনৰ ৰাতি ইংলণ্ড আৰু আয়ৰলণ্ডৰ মাজত থকা সাগৰত জাঁওতে কাপ্তান সাহাবে ভালকৈ বাট নি চিনাত জাহাজ বালিত লাগি ৰল। তাতে তাৰৰ এন্ধাৰ ৰতাহ্ হোআত জাহাজ ভাগি তল জাব বুলি, জাহাজৰ মানুহ্ আৰু তাৰ ১৮০ জাত্ৰি লোকবিলাক ভই আৰু প্ৰান সঙ্কটত থাকি সেই ৰাতি কাল নিয়ালে। পাচে ৰাতি পুআ সিহঁতে চাই, জাহাজৰ দুই ফালে বৰ সিল থকা দেখিলে; সেই সিলৰ ওপৰত জাহাজ পৰা হলে, নিচয়ে ভাগি সকলো মানুহ মৰিলহেঁতেন, কিন্তু বালিত লগা হেতুকে মানুহ ৰখ্যা পৰি, ক্ৰমে সকু নাৱেৰে গৈ বামলৈ উঠিল; জাহাজ একআৰ নোঅৰাত নষ্ট হল।

নাপলিয়ন ৰজাক পৰাজই কৰা ডিউক অফ ওএলিংতন নামেৰে জি লৰ্ড সাহাব, তেঁওৰ বৰ মূৰ্ত্তি সাজি তাক লণ্ডন নগৰৰ এখান পকি দুআৰৰ ওপৰত ৩০ চেপ্তেম্বৰ তাৰিখে তুলি থলে। ডিউক অফ ওএলিংতন সাহাবে জি পিতলৰ বৰ টোপ সত্ৰুৰ পৰা কাঢ়ি আনিলে, সেই টোপ জুই দি পাগি পিতলৰ মূৰ্ত্তি সাজিলে। ঘোঁৰাত উঠা মানুহৰ ৰূপে সেই মূৰ্ত্তি আচে; মানুহ ঘোঁৰা দুইৰো ওখ ১৮ হাত, ঘোঁৰা দিঘলে ১৭॥ হাত। জি দুআৰত থলে সেই দুআৰ ৫৩ হাত ওখ; বৰ যন্ত্ৰ উপাই কৰি তুলি থলে। ওআয়াত নামে এজন খনিকৰে পুতেকে সৈতে তিনি বচৰৰ ভিতৰত সাজিলে। পিতল ওজন ন খৰাকৈ তাৰ খৰচ হল ১,০০,০০০ এক লাখ টকা। ১০০০ এহেজাৰ মোনতকৈ অধিক পিতলেৰে সাজিলে।

চৰ ত্যাৰ্লচ মেত্কাফ নামেৰে জি জন লৰ্ড সাহাব ১৮৩৪ সংকৰ পৰা ১৮৩৭ সংকলৈকে গ. ৰনৰল হৈ এই দেসত সমাচাৰ পত্ৰবিলাক বাধা নো হোআকৈ চলাবলৈ কানন কৰিলে, তেঁও ৫ চেপ্তেম্বৰত মিৰ্ত্যু হল।

২৫ চেপ্তেম্বৰ ৰাতি লৰ্ড ডকলিন নামে এখান বৰ জাহাজ ইংলণ্ড আৰু আয়ৰলণ্ডৰ মাজত থকা সাগৰত জাঁওতে সকু জাহাজ পাই নে দেখি তাৰ ওপৰে গৈ ভাঙ্গি নষ্ট কৰিলে; সকু জাহাজৰ মানুহ তিনটা মাথোন জিয়াই সাৰিলে; অন্য আটাইবোৰ মৰিল।

ইংলণ্ড দেসৰ মাটিত বহু গাঁত দকৈ খনাত লো, তাম আদি অনেক বস্তু ওলাই; এবচৰত ওলোআ বস্তুৰ দাম তলত লিখা আচে।

| | |
|---|---|
| নাগ মাটি | ৯,১০,০০,০০০ টকা |
| লোহা | ৮,৪০,০০,০০০ |
| তাম | ১,২০,০০,০০০ |
| ৰূপ | ৩৫,০০০ |
| সিহ | ৯২,০০,০০০ |
| লোন | ৪০,০০,০০০ |
| ৰাঙ্গ | ৩৯,০০,০০০ |
| অন্য অন্য দ্ৰুব্য | ১১,৫০,০০০ |
| মুঠে | ২০,৫২,৮৫,০০০ |

১০ অক্তোবৰ তাৰিখত ইস্পানিয়া দেশৰ ইচাবেলা মহা ৰানিৰ জনম দিন, ১৬ বচৰ হৈছিল; সেই দিনত দন ফ্ৰাঞ্চিস্কো নামে ইস্পানিয়াৰ বৰ লোক এজনে সৈতে বিয়া হল। দনা মাৰিয়া লুইচা নামে মহা ৰানিৰ ভনিএককো সেই দিনাই ডিউক মঁপঁচিএ নামে ফ্ৰাঞ্চি ৰজাৰ পুত্ৰেকে বিয়া কৰিলে। পাচে ১৬ তাৰিখত বৰ ঘৰত তামচা চাবলৈ গৰুএ সৈতে মানুহ মাল জুধ কৰি গৰু ১১ টা আৰু গোটা চাৰেক ঘোঁৰাও মৰিল। বৰ চাই থকা মানুহ ৩০,০০০ ত্ৰিচ হেজাৰ আছিল। ইস্পানিয়া মানুহ নিৰ্দয়া হৈ এনে জুধ চাবলৈ বৰ ভাল পাই।

চেপ্তেম্বৰ মাহত ইস্পানিয়া দেশৰ চান্তান্দৰ নগৰত এমধ্যা মানুহৰ মাজত্ বজ্ৰ পাত পৰাত ৮ জন মৰিল, অন্য ১২ জনো এধা মৰা হৈছিল। ঠায়ে ঠায়ে শিলা বৃষ্টিৰ দোআৰাই বহু মেৰ চাগ মৰিল।

মান্দ্ৰাজৰ ওচৰত আটাই দেস ৰাৰিখাত তল হৈ গৈ ৬০০০। ৭০০০ চই সাত হেজাৰ ঘৰ পানিএ ভাঙ্গি নিলে।

ফ্ৰাঞ্চ দেশৰ লৱৰ নামে এখন নদিৰ পানি বাহি নগৰ গাঁও বুৰাই, ঘৰ বাৰি দলঙ্গ আদি সকলোকে ভাঙ্গি নি নষ্ট কৰিলে। সেই বৰ পানিত বহু মানুহ মৰিল। ১৯ অক্তোবৰত একে দিনাই লৱৰ নদিৰ ১১ হাত পানি বাহিল।

চুইচ দেশৰ জেনেৱা নগৰত অধিকাৰ সকলৰ বিৰোধে মানুহবিলাকে দ্ৰোহ কৰি ৰন পাতিলে, তাতে ১০ মানুহ জুধত মৰিল, ২০ জন ঘুন হল।

নুহলণ্ড উপদিপৰ অষ্ট্ৰেলিয়া দেসত বহু মুল্যৰ এডাল সোনৰ সলি মাটিত পালে। তলৈ কিমান দিঘল, কব নোআৰে, কিন্তু থানিলে বহু সোন ওলাব, ইয়াকে বুজে।

জৰ্মানি দেশৰ স্যান্বিন নামে এক গিয়ানি লোকে এটা বৰ বুধি নতুনকৈ উলিয়ালে। নাইত্ৰিকেচিদ নামে এবিধ টেঙ্গা পানিত কপাহ তিয়াই, পাচে পানিত ধুই ভালকৈ সুকালে, হিলৈৰ খাৰৰ নিচিনা তাৰ গুন হই। হিলৈত ভৰাই মাৰিলে খাঁৰতকৈও তাৰ সক্তি বৰ্হা বুলি কৈচে। কিন্তু তাৰ ধুঁআ গন্ধকৰ গন্ধ একো নাই।

জৰ্মানি দেশৰ লিপ্‌চিক নগৰত ২৯ আগষ্টত গন্ধক তাৰ্পিনতেল আদি অনেক বস্তু থকা মাটিৰ এক ভঁৰালত জুই লাগি ৰাতি বাহিঁ বাহিঁ ঘৰ পোৰাত ৬। ৭ চই সাত জন মানুহ মৰিল, আৰু ২০ কুৰি মান মানুহ এধা মৰা হোআত হস্পিটালৈ নিলে।

আয়ৰ্লণ্ড দেশৰ দুৰ্ভিক্ষ্যৰ কাৰনে আমেৰিকাৰ পৰা অনেক জাহাজ গোম ধানকে আদি কৰি সকলো খোআ বস্তু আনি বেচিচেগৈ। ২৭ অক্তোবৰত হেনৰি ক্লেই নামে এখান জাহাজে ৫৪,০০০ হেজাৰ মোনৰ বোজা আনিলে।

আমেৰিকাৰ মিল দেসে সৈতে মেক্‌চিকো দেসৰ লোকে ৰন কৰা হেতুকে কমোদোৰৰ চলোট নামে আমেৰিকাৰ এক জাহাজৰ সেনাপতিএ ৭ জুলাইত কালিফৰ্নিয়া নামে মেক্‌চিকো দেশৰ এডোখৰ লৈ দখল কৰিলে।

১৫ আগষ্টত মিল দেসৰ এখান ৰনুআ জাহাজ মেক্‌চিকো দেশৰ দাঁতিএ গৈ বতাহে নিয়াত ঠেকত পৰি সিলত লাগি ভাগিল। জাহাজৰ ২১ সেনাই সৰু নাৱত গৈ এখান আমেৰিকাৰ জাহাজৰ লগ লৈ ৰখ্যা পালে; আন সেনাবিলাক মেক্‌চিকো লোকৰ হাতত পৰিল।

চান্তিয়ানা নামে মেক্‌চিকোৰ জি দেসাধিপতি দেসান্তৰ কৰি আছিল, তেঁওক আৰুও মাতি আনিলত ১৬ আগষ্টত বেৰাক্ৰুজ নগৰ পাই পুনৰ দেসাধিকাৰ ৰাব লবলৈ থিৰ হল।

২০ চেপ্তেম্বৰ তাৰিখত আমেৰিকান সেনাপতি জেনৰল টেইলৰ সাহাবে ৬০০০ সেনা লৈ মেক্‌চিকো দেশৰ মন্তেৰি নগৰ বেৰি তাৰ কোঁঠত থকা ৮। ১০ হেজাৰ সেনাই সৈতে তিন দিন প্ৰধান জুধ কৰি কোঁঠ নগৰ ললে। আমেৰিকাৰ মানুহ ৩০০ মৰিল, ২০০ ঘুন হল।

নুজিলণ্ড উপদিপৰ আদি বাসি ২০০ দু স মানুহে ইংৰাজিএ সৈতে ৰন পাতি ৬ টা মানুহক মাৰিলে; জিকিৰ নোঅৰাত হুহকি গল।

সেই মাহৰ ১০ আৰু ৩০ তাৰিখত টাহিটিৰ আদি বাসি মানুহে ফ্ৰাঞ্চি সেনাই সৈতে জুধ কৰিলে, তাতে ফ্ৰাঞ্চি ৮ জন মৰিল; আৰু ২৭ জন ঘুন হোআ আছিল।



কাফিৰ মুনিহ।



কাফিৰ ডিবোতা।

গুড হোপ নামে আফ্রিকাৰ দখিন মূৰত জি ইংৰাজি মানুহ থাকে, সিবিলাকে সৈতে আদি বাসি কাফিৰ লোকে বাৰে বাৰে ৰন বিগ্ৰহ কৰি, ঠায়ে ঠায়ে অনেক মানুহক বধ কৰিলে। ৫ জুলাইত কাফিৰ লোক এমথা আহি ১০০ গৰু চুৰ কৰি নিলে; গৰাকিবোৰে খেদি গৈ সিইতক পাই জুধ কৰি গৰু পালে; কিন্তু দুই ফালৰ কেত্তবোৰ মানুহ জুধত মৰিল। জুলাই মাহৰ সেস পথত ইংৰাজি সেনাই কাফিৰৰ গাঁৱলৈ গৈ জুধ কৰি ৪০ জন মানুহক মাৰিলে, আৰু পৰ্বততো কাফিৰ মানুহ এস ডেৰ স মান ৰনত মৰিল। কাফিৰ লোকৰ নকচা ওপৰত লিখিচোঁ.

ইতালি দেসৰ বিচুবিয়চ পৰ্বত ফাটি তপত জোল ওলাই আচে; আৰু তাৰ চাৰিও ফালে ইতালি দেসত অনেক ভুঁইকঁপ হৈ গৈচে। পিচা নগৰত ১৪ আগষ্টত বৰ ভুঁইকঁপ হৈচিল। ইতালিৰ অন্য অন্য নগৰতো ভুঁইকঁপ হৈ কেত্তবোৰ গাঁৱৰ ঘৰ আদি সকলোকে ভাঙ্গি পেলাই নষ্ট কৰিলে। তুস্কানি প্ৰদেসত ২৭ গাঁৱৰ লোক নিৰুপাই হল; ৮০০০ মানুহ ঘৰ নাই কিয়া হৈ মাগি খুজি খাই আচে। ঘৰ ভঙ্গাত ৭০ জন মৰিল; ৫০০ পাঁচ স মান এধা মৰা হৈ আচিল। ঠায়ে ঠায়ে মাটি বৰকৈ ফাট লগে; এঠাইত গৰু গোটা চাৰেক সোমাই গল।

অক্তোবৰ ২৫ তাৰিখত ৰাতি ৮ বজাত মগ দেসৰ কাওৰু কিউ নগৰৰ ওচৰত এক পৰ্বত ফাটি জুই আৰু তপত বস্তু ঘনে ঘনে ওলাই অতি ওখকৈ উঠি পৰিচিল। সেই জলি থকা জুই ওলাওতে মানুহে কিতাপ পৰ্হিব পৰাকৈ বৰ পহৰ হৈ আচিল; এখন্তুক মান পহৰ থাকি, আৰুও এন্ধাৰ হই; এই ৰূপে এডাৰ মান বেলি ওলাই, পাচে ক্ৰমে গুচিল।

জুন মাহৰ প্ৰথম দিনা চিচিলিয়া নামেৰে এখান ফ্ৰাঞ্চি জাহাজত বজ্ৰ পাত পৰি ৪ জন মানুহক মাৰিলে; জাহাজকো প্ৰাই নষ্ট কৰাত বুৰিব লগা হৈচিল, তথাপি তল ন গল।

আমেৰিকা দেসৰ ওদ্‌ফৰ্দ গাঁৱত বুওন সাহাৰ নামে এজন লোকে বোজাই দিয়া এখান ৰথেৰে কোনো নদিৰ ওপৰে জাঁওতে একালে দলঙ্গ ভাগি মানুহৰ ওপৰত ৰথ লুটি খাই ১১ হাত ওখৰ পৰা পানিত পৰি তল গল। তথাপি কোনো ৰূপে পানিৰ পৰা ওলাই সাহাৰ ৰখ্যা পৰিল, ইশ্বৰৰ এনে অনুগ্ৰহ। পাচে ঘোঁৰাবোৰো জিয়াই পালে।

## ধৰমৰ কথা বাত্ৰা।

Religious Intelligence.

নবেম্বৰ আৰু ডিচেম্বৰ মাহৰ ভিতৰত গুআহাটিত ৭ টা, নগাঁৱত ১১ টা মানুহ খ্রিষ্টৰ সিস্য হৈ বুৰ পাই মণ্ডলিত সোমাল।

বৰিসাল নগৰৰ ওচৰ গাঁওবিলাকত বাৰেবো নামে এজন পাদুৰি চাহাবে সুভ বাত্ৰা কিৰ্ত্তন কৰি ফুৰোত অনেক বঙ্গালি মানুহে কথা সুনি বিস্বাস কৰি খ্রিষ্টিয়ান মণ্ডলিত সোমাবলৈ ইচা কৰিলে। অক্টোবৰৰ প্ৰথম দিনা ৩০ জন সিস্যৰ কথা সুনি গ্রাজ্য কৰিবলৈ নিচই কৰিচে, পাচে চ দিনৰ ভিতৰত অন্য অন্য লোক আহি বুৰ পোআ হবলৈ নিবেদন কৰি অক্টোবৰৰ ৮ তাৰিখ বিস্ৰাম দিনা ১১৫ টা মানুহ বুৰ পাই মণ্ডলিত গ্রাজ্য কৰা হল।

পৰ্তুগাল ৰাজ্যৰ অধিন হোআ এটি সুন্দৰ মাজুলি আট্লান্টিক সাগৰৰ মাজত আচে, তাৰ নাম মাদিৰা। তাতে বায়ু অতি চিকন, আৰু পৰ্ব্বতকে আদি কৰি সকলো ঠাই সুন্দৰ, খেতি কৰা এবিধ ভাল লতা পনিয়াল, তাৰ ৰস অতি সোআদ, সকলো মনুহে কিনি খাই। সেই দেসৰ মানুহবিলাক ৰোমান কাথলিক, অৰ্থাত ৰোমিয়া ধৰ্ম্মত আচৰা লোক। সেই ঠাইত বেপাৰ কৰিবলৈ বা সৰিল ৰত্ত হবৰ নিমিত্তে অনেক ইংৰাজি আৰু স্কটলণ্ডিয়া মানুহ গৈ তাতে নিবাস কৰে। সিইতৰ ডক্তৰ কালি নামে এজন চাহাব আচে; তেঁও খ্রিষ্টত বিস্বাসি হোআত লোকৰ পৰিত্ৰানৰ নিমিত্তে ইংৰাজি আৰু পৰ্তুগি ভাসাৰ কথোপকথনেৰে সুভ বাত্ৰা প্ৰচাৰ কৰি থাকে। তাতে আগেএ এবেলি তেঁওক আৰু তেঁওৰ কথা সুনোঁতাবিলাকক বিৰোধ কৰি অনেক দুখ দিলে; তথাপি তেঁও খ্রিষ্টৰ কথা কৈ কৈ আচিল। জোআ আগষ্ট মাহত তাতে থকা মানুহবিলাকে তেঁওৰ প্ৰান মাৰিবলৈ উদ্যোগ কৰিলত কালি সাহাবে কোনো ইংৰাজি জাহাজত পলাই ৰখ্যা পালে; কিন্তু তেঁওৰ ঘৰৰ সকলো বস্তু ধৰ্ম্মেৰে মতলিয়া হৈ সিইতে লুট কৰিলে; আৰু তেঁওৰ জি জি পুথি আচিল আটাইবোৰ জুইত পুৰিলে। জিবিলাকে এনে অধৰম কৰিলে, সিইতৰ মাজত কোনো মান্য লোক আৰু ৰোমিয়া ধৰমৰ অধিকাৰ জন চাৰেক প্ৰধান আচিল।

## গ্রিক দেসৰ কথা।

গ্রিক দেসৰ মাজত অনেক সৰু সৰু ৰাজ্য আচিল; তাৰে ভিতৰত কেতিয়াবা এটা, আৰু অন্য কালত আন এটা বলৱন্ত হৈচিল। মিচৰ দেসৰ পৰা আহি, মানুহবিলাকে সেই ঠাইতে প্ৰথমে বসতি কৰিলে, কিন্তু সিইতৰ আগৰ কালৰ বুৰঞ্জি অন্ধকাৰময় হৈ আচে। বোধ হই জে খ্রিষ্টৰ জনমৰ পুৰ্ব্বে অঠৰ স বচৰ ইনাকচ নামেৰে এজন আহি প্ৰথমতে সেই দেসত ৰাজ্য থাপন কৰিলে। চ স বচৰৰ পাচে হৰকুলি নামেৰে এজন মহা বিৰ দুষ্টক দমন আৰু হিংসক পহুবিলাকক বধ কৰি, আপোন দেস সান্তি কৰাতে বৰ জসস্যা পালে। সতৰি বচৰৰ পাচে গ্রিক দেসৰ অনেক অনেক ৰজাবিলাকে ত্ৰোআ নগৰ নাস কৰিবলৈ আলচিলে। এতিয়া কন্স্তান্তিনোপল নগৰ জি ঠাইতে আচে, তাৰ পৰা অলপ দুৰৈতে ত্ৰোআ নগৰ আচিল। গ্রিকইতে সেই নগৰ দহ বচৰলৈকে সেনাৰে বেৰি ৰাখিচিল, পাচে এটা চল কৰি নগৰ ললে; সিইতে আটাই ঠাইতে এই কথা জনালে, বোলে, আমি দহ বচৰলৈকে মিচা ভ্ৰমন কৰিলোঁ, এতিয়া আমাৰ আপোন দেসলৈ জাঁও, কিন্তু এটা বৰ ঘোঁৰা তৈয়াৰ কৰি তাকে তোমোলাকৰ গাঁৱৰ দেৱতালৈ দান কৰিলোঁ, ইয়াকে কৈ অলপ দুৰে গৈ লুকাই থাকিল। সেই মহা ডাঙৰ ঘোঁৰাৰ পেটৰ ভিতৰত কেতোটি অস্ত্ৰ ধাৰি সেনা আচিল, আৰু সেই ঘোৰা অতি ডাঙৰ হোআত তাক নগৰৰ মাজলৈ আনিবলৈ নগৰৰ গৰৰ অলপমান ভাঙিবলৈ আৱস্যক হল। পাচে ৰাতি কালে মানুহবিলাকে নিসংসয়ে নিদ্ৰা গলত ঘোঁৰাৰ পেটৰ সেনাবিলাক আৰু বাহিৰত লুকাই থকা সেনাবিলাক আটায়ে একে লগ হৈ, সেই নগৰ নষ্ট কৰিলে। গ্রিক লোকৰ মাজত এই এটা প্ৰধান ঘটনা, ইয়াৰ স্মৰন লোকৰ মনৰ পৰা কেতিয়াও নে হেৰাব, কিয়নো গ্রিক আৰু লাটিন ভাসাত সকলোতকৈ এই ঘটনাৰ কথা প্ৰধান; গ্রিক আৰু ত্ৰোআ নগৰিয়াইতৰ মাজত জি জুধ আচিল, হোমৰ নামেৰে কবিতা কৰা এজনে এই বিসয়ৰ গান ন বন্ধা হলে, এই কথা প্ৰাই তেতি

য়াই হেৰালেইছেন। এতেকে গিয়ানৰ লাভ এই, জে অলপ কথাতে গিয়ানৱন্তৰ গানৰ দোআৰাই জনস্যা অধ্যাই হই। এই দৰে লঙ্কাৰ ৰজা ৰাৱনৰ লগত অজোধ্যাৰ ৰজা ৰামচন্দ্ৰে জুধ কৰাৰ কথা বাল্মিকিৰ গানৰ দোআৰাই অধ্যাই খিয়াতি প্ৰাপ্ত হল। ত্ৰোআ নগৰ নষ্ট হবৰ তিনি স বছৰৰ পাচে হোমৰ প্ৰিথিবিতে জনম পালে। জেই ৰুপ সংস্কৃত ভাসাতে বাল্মিকি প্ৰথম কবিতা কৰ্তা, সেই ৰুপে গ্ৰিক ভাসাতে প্ৰথম কবিতা কৰ্তা হোমৰ। এই দুয়ো কবিএ আপোন কবিতাৰ জসস্যা বৰ্হাবৰ নিমিতে, সিইতৰ বৰ্নিয় জনকে দেৱৰ অংস ৰুপে বৰ্নাইচে, আৰু সেই বৰ্নিয়বিলাকক দেৱৰ অংস বুলি জনাবলৈ দুয়ো ফালৰ সেনাবিলাককো দেৱতাৰ অংস ৰুপে বৰ্নাইচে।

হোমৰৰ পাচে চাৰি স বচৰ পাৰ্চি ৰজাই গ্ৰিক দেসলৈ আহিল। জেনেকৈ আগেএ কৈচোঁ, এই চাৰি স বচৰৰ ভিতৰত গ্ৰিক দেসৰ বেলেগ বেলেগ লোকে আপোন আপোন বিদ্যা আৰু মৰ্জ্জদা বহালত সেই দেস প্ৰিথিবিৰ মাজত সকল দেসতকৈ অতি সৰু হৈও বৰ জসস্যা পোআ হৈচিল। পাৰ্চিৰ ৰজাই ৰনলৈ আহিবৰ কালে, গ্ৰিক দেসৰ অনেক লোকে আপোন দেস ৰাখিবৰ কাৰনে একে আলচ হল। কিন্তু পাৰ্চিৰ অসংখ্য সৈন্যৰ লগত জুধ কৰিবলৈ গ্ৰিক লোকে কুৰি হেজাৰ সেনাতকৈ অধিক প্ৰস্তুত কৰিব নোআৰিলে। কিন্তু গ্ৰিকইঁতৰ মন্ত্ৰি আৰু সেনাপতি অতি গিয়ানৱন্ত আচিলে, এই কাৰনে সিইঁতে পাৰ্চিৰ সৈন্যবিলাকক পাচে আপোন দেসৰ পৰা খেদিলে। পাৰসিৰ ৰজাৰ অহা কালৰে পৰা চেকন্দৰ বাদসাহৰ দিনলৈকে এক স সত্ৰি বচৰ হল, এই কালে সৰু সৰু ৰাজ্যবিলাকে ইয়ে সিয়ে ৰন কৰিচিল। এই সময়তে সিইঁতে বিদ্যা, আৰু সিল্প, আৰু ঘৰ সজাতে আৰু সিলাকটিয়াৰ কৰমত, আৰু চিত্ৰ কৰাতে, আৰু কবিতা কৰাতে, আৰু বাদ্যত, আৰু সৰু কথকিৰ বিদ্যাত অতি নিপুন হৈ সিইঁতৰ সুখিয়াতিৰ সিমা নাই। তেতিয়াৰে পৰা সেইবিলাক বিদ্যাত কোন জাতিৰ মাজত এনে হোআ নাই, আৰু কাল ক্ৰমে সিইঁতৰ সুখিয়াতি বাৰ্হিচেহে। অন্য অন্য লোকে সিইঁতৰ নিচিনা অহঙ্কাৰ কৰে, কিন্তু সেই ঠাইৰ লোকৰ সংখ্যা জিলা বৰ্ধমানৰ লোকৰ সংখ্যাতকৈ কেতিয়াও অধিক হোআ নাই। পাৰ্চিৰ ৰজাই এক স গুনে ডাঙ্গৰ হৈও, আপোন অসদ আচাৰ ব্যৱহাৰ আৰু অগিয়ান হেতুকে তেঁওৰ নাম কোনোএ ন লই, আৰু ললেও হেলা কৰে।

পাচে গ্ৰিক দেসত থকা মাকিদনিয়াৰ ৰজা চেকন্দৰে চাৰিও ফালৰ অনেক সৰু ৰাজ্য আপোনাৰ অধিন কৰি, পাৰ্চিৰ দেসৰ ওপৰত ৰন কৰি সিইঁতৰ ৰাজ্য নষ্ট কৰিলে। জেতিয়া তেঁও আপোন দেস এৰিচিলে, তেতিয়া তেঁও একুৰি বচৰ বয়সিয়া আচিল, সেই কালতে তেঁও আপোন পৈত্ৰিক দেস আপোন মিত্ৰইঁতৰ মাজত ভাগ বাঁটি দিলে। জেতিয়া সিইঁতে তেঁওক সুধিলে, তুমি আপোনাৰ কাৰনে কি ৰাখিলা, তেঁও উত্তৰ দি কলে, আসা মাথোন। বাৰে বচৰৰ মাজত তেতিয়া জনা প্ৰিথিবিৰ সকল ভাগ তেঁও জই কৰিলে, আৰু প্ৰিথিবিৰ মাজত কোনোএ তেঁওক জই কৰিব নোআৰিলে দেখি তেঁওৰ মনত অহঙ্কাৰ উপজি তেঁও ৰলিয়াৰ নিচিনা হল। জেই ৰুপ কোনো লোকে এটা অতি ওখ পৰ্বতৰ ওপৰত উঠিলে তাৰ মুৰ ঘুৰাই, সেই ৰুপে সকলোৰে ওপৰত জি মানুহ কেনেবাকৈ অতি বৰ হই, সি জনে অৱস্যে অহঙ্কাৰৰ অধিন হই। চেকন্দৰ ৰজাই আপোনাকে দেৱতাৰ সদ্ৰিস সেৱা কৰিবলৈ প্ৰজাবিলাকক আগ্যা দিচিল, আৰু তেঁৱেই আপোনাকে আপুনি দেৱৰ অংস গিয়ান কৰি আচিল। এই মহা বিৰ গিয়ান আৰু সক্তি আৰু ঐস্বৰ্জ্যতে বৰ খিয়াতি হৈ, পাচে মদ খাই মতোৱাল হৈ মৰিল। খ্ৰিষ্টৰ জনমৰ পুৰ্বে কেৱল চেমিৰামি আৰু চেকন্দৰ ৰজাই সিন্ধু নদি পাৰ হৈ জুধ কৰিবৰ অৰ্থে ভাৰত ৰসলৈ আহিচিল। চিকন্দৰ ৰজাৰ মিত্যুৰ পাচত তেঁওৰ সেনাপতিবিলাকে তেঁওৰ মহা ৰাজ্য সিইঁতৰ মাজতে ভাগ কৰি ললে। গ্ৰিক দেস এক স সত্ৰি বচৰ পৰ্জ্জন্তে মাকেদনিয়াৰ ৰজাৰ অধিন হৈ থাকিল, পাচে ৰোমিয়াইঁতৰ হাতত আহিল। ৰোমিয়া-

ইতে সেই কাৰ্য্যৰ দোআৰাই অতি বৰ উপকাৰ পালে; সিইঁতে আগেয়ে অসভ্য আছিল, পাচে সিবিলাকে জই কৰি লোআ গ্রিক দেসৰ পৰা কবিতা, আৰু বেৱস্থা, আৰু সত্ত কথন আৰু ভাল আচাৰ বেৱহাৰ সিখিলে। ম.

---

## ৰোমৰ ৰাজ্য।

**The Roman Empire.**

খ্রিষ্টৰ আগেএ জি ৰাজ্য অন্য ৰাজ্যবিলাকৰ পাচে উঠিল সি ৰোমৰ ৰাজ্য। জি সকল ৰাজ্যৰ কথা ক্রমেৰে কোআ গল, সেই আটাইকে ইয়াৰ অধিন কৰা হল। এই ৰোম দেসৰ আদি মানুহবিলাক ডকাইত আছিল। খ্রিষ্টৰ আগেএ সাত স বাৱন বচৰ ইতালি দেসৰ মাজত ৰমুল নামেৰে এজন মানুহে এক নগৰ পাতিলে, আৰু চাৰিও কালৰ দেসৰ পৰা দৰিদ্র দুখিয়া আৰু বেয়া বেয়া স্বভাৱেৰে মানুহবিলাকক মাতিলে। আটাইবিলাক একেলগ হলত নিতি নিৰ্ব্বন্ধৰ অনুসাৰে সিইঁতৰ সকলো বিসয়া থিৰ কৰি আপুনি সিইঁতৰ ওপৰত ৰজা হল। সেই নগৰ পাতিবৰ চলিচ বচৰৰ পাচে ৰমুল মৰিল, সেই সময়তে সেই নগৰত দু কুৰি হেজাৰ লোক আছিল। তাৰ পাচত দু স দু কুৰি বচৰৰ ভিতৰত সাত জনে ৰাজ্য কৰিচিল, আৰু সিইঁতে ক্রমে ক্রমে অন্য দেসৰ মানুহ অনাই প্রজা বৃদ্ধি কৰিলে, আৰু স্বৰুপ বেৱস্থাৰে সেই নতুন নগৰ থিৰ কৰিলে।

সপ্তম ৰজা আপোনাৰ আৰু সন্তানৰ দুষ্ট স্বভাৱৰ কাৰনে ৰাজ্যৰ পৰা খেদি দিয়া হল। সেই সময়তে ৰোমিয়াইঁতে তেঁওক ৰজা ভাজি এই নিতি কৰিলে, জে সিইঁতৰ দেসত আৰু কেতিয়াও কোনো ৰজা ন হব; এই নিমিত্তে ৰাজকৰ্ম্ম চলাবৰ নিমিত্তে বচৰে বচৰে দু জন লোক বাচি লোআৰ নিতি আছিল। আৰু এক বচৰলৈকে সকলো সক্তি সিইঁতৰ অধিন থাকিচিল। ৰাজ্য নষ্ট হোআৰ দু স বচৰৰ পাচে ৰোমিয়াইঁতে ইতালি দেস ক্রমে ক্রমে জই কৰিলে। পাচে ইতালিৰ চাৰিও কালৰ দেসবিলাকে লৈতে যুধৰ আৰম্ভন কৰিলে; আৰু জি দেসৰ কথা-কৈচো, দু স বচৰৰ ভিতৰত সেই সকল দেস অধিন কৰিলে। ৰোম নগৰতে এটা মন্দিৰ আছিলে, যুধৰ কালে তাৰ দুআৰ মেলি ৰখাৰ নিতি আছিল, আৰু যুধ নাই কিয়া কালত বন্ধ কৰি ৰাখিচিল, তাতে সেই মন্দিৰৰ দুআৰ সাত স বচৰৰ ভিতৰত কেৱল দু বাৰ মাথোন বন্ধ আছিল, ৰোমিয়াইঁতৰ মাজত ইমান সঘনে যুধ আছিলে। জিমান দিনলৈ ৰোমিয়াইঁতৰ দেস সৰু আছিল তিমান দিনলৈকে সিইঁতৰ স্বভাও ভাল আছিল, কিন্তু জেতিয়া দেখিলে, জে অতি দূৰৈত থকা দেসৰ মানুহ সকলো সিইঁতৰ ওচৰত মুৰ দোআইচে, আৰু প্রিথিবিৰ সকলো ৰজাইঁতক আৰু অধিপতি সকলক আপোন ৰথৰ ঘিলাত বান্ধি আনিব পাৰিচে, তেতিয়া সিইঁতে ঐশ্বৰ্য্যত মতোৱাল হৈ সিইঁতৰ কুস্বভাও লুকুআ কৰিলে। মান্য লোক সকলোএ আপোন দেস আপোনাৰ অধিনত আনিবলৈ কাৰ্বাৰ কৰিবলৈ ধৰিলে; আৰু জি সময়ে ৰোমৰ নাম সুনাত প্রিথিবিৰ লোক সকল কম্পিত আছিল, সেই সময়ে ৰোম নগৰৰ আলিবিলাক প্রজা লোকৰ তেজেৰে তিওআ হৈছিল।

খ্রিষ্টৰ পুৰ্ব্বে পঞ্চাস বচৰ ৰোমিয়া ৰাজ্য তিনি জন সেনাপতিৰ হাতত পৰিল, তাৰ মাজে এজনা পাৰ্থিয়াইঁতৰ দেসত যুধ কৰোঁতে কৰোঁতে সি আৰু তাৰ সকল সেনাবিলাক মৰা হল। আৰু তাৰ মিত্যুৰ পাচত তাৰ কিৰ্প্পিন স্বভাৱৰ কাৰনে তাৰ অখিয়াতি প্রকাসৰ নিমিত্তে সোন টালি তেঁওৰ মুখতে বাকি দিলে। কৈচৰ নামেৰে দ্বিতিয় জনাই পাচত থকা সেনাপতিক মাৰি আপুনি দেস ললে; কিন্তু সি ৰাজ্য ভোগ কৰিবলৈ নে পালে, কিয়নো ৰোমিয়াইঁতৰ মাজত দুই চাৰি জনা ভদ্র লোকে আপোন দেসৰ লাজ দুৰ কৰিবৰ নিমিত্তে কৈচৰক বধ কৰিলে। ৰোমিয়াইঁতে সেই কালতে অতি কুস্বভাৱতে বুৰি আছিল, এই হেতুকে সেই ভদ্র মানুইঁতৰ উদ্যোগত কাৰ্বাৰ ন হৈ মন ন কৰা হেতুকে কৈচৰৰ ভায়েকৰ পুত্ৰৰ অধিন হল। সি অনেক কাল পৰ্য্যন্তে ৰাজ্য ভোগ কৰিলে, পাচে আন এজনক ৰাজ্য দি তেঁও মৰিলে। তাৰ পাচে চাৰি

স বচৰলৈকে ভিন ভিন লোকে সেই সিংহাসনত বহা হৈ ৰাজ্য ভোগ কৰিলে, সেসতে ইউৰপিয়া অসভ্য লোকে পানিৰ সোঁতৰ দৰে আহি দেস জই কৰি লৈ, তাৰ বেলেগ বেলেগ সক দেস আপোনাইতৰ মাজত ভাগ বাঁটি ললে, আৰু ৰোম ৰাজ্য নাস কৰিলে।

এই দৰে খ্রিষ্টৰ জনমলৈকে প্রিথিবিৰ পুৰনি বিত্তান্ত সংখ্যেপে লিখা হল। সেই কালতে প্রধান সক্তি ৰোমিয়াইতৰ আচিল, আৰু সিইঁতৰ পৰা অন্য জাতিৰ অতি ভই হোআত জদি কোনো লোকে দূৰৈ দেসলৈ বা কোনো অসভ্য জাতিয়া মানুহলৈ কই বোলে, মই ৰোমিয়া মানুহ, তেতিয়া সি একো ভই নাই কিয়া হৈ থাকিব পাৰিচিল। ম.

---

## ৰৰখুনৰ কথা।

Cause of Rain.

খনিৰামে এদিন বদত ফুৰোঁতে বেলিৰ তাপত বৰ দুখ পাই, পাচে দিনুৰামক কলে বোলে, হে ভাই, সাস্ত্রত লিখিচে ইশ্বৰে এই প্রিথিবিৰ ওপৰত জি চন্দ্র সূর্জ সৃজন কৰিলে সেইবোৰক মানুহৰ উপকাৰৰ নিমিত্তে দিলে। কিন্তু মই আজি বদত ফুৰোঁতে বেলিৰ তাপত অতি স্রান্ত হলোঁ, এই কাৰন সূর্জে হলে মানুহক উপকাৰ ন কৰে, ইয়াকে ভাবিচোঁ।

তাতে দিনুএ উত্তৰ কৰিলে, হে ককাই, নে জানা হেতুকে তুমি এনে কথা কৈচা, কিয়নো বিবেচনা কৰিলে ইশ্বৰৰ কৰম জে উত্তম তাক নিচই জানিবা; কাৰন জেতিয়া সূর্জৰ বৰ তাপ হই, তেতিয়া সাগৰৰ আৰু নদিৰ আৰু তিতা মাটিৰ পৰা জল অলপ অলপ ধুঁআৰ নিচিনা হৈ ওপৰলৈ উঠি উঠি জাই; সেই ধুঁআ গোট খাই গধুৰ হৈ তললৈ পৰে, তাতে ৰৰখুন হই। দেখা, জেনেকৈ কোনো মানুহে এটা টৌত নাইবা এটা চৰুত কিচুমান পানি দি, তাৰ ওপৰত ঢাকনি দি তলত সৰহকৈ জাল দিলে সেই জুইৰ জালৰ তাপত জেনেকৈ ধুঁআ গৈ ঢাকনিত লাগি পানি হৈ থাকে, পাচে ঢাকনি থন কোনোএ দাঙ্গিলে তাৰ পৰা টোপা টোপে পানি তললৈ পৰে, তেনেকৈ সূর্জৰ তাপৰ দোআৰাই পানিৰ পৰা ধুঁআ উঠি ৰৰখুন হই। সেই ৰৰখুনৰ পানি মাটিৰ তললৈ জাই, তাতে অলপমান পানি গোট খালে এটা সক সুঁতি হৈ বৈ জাই, আৰু সেই সুঁতিৰ পানি আলটিয়া মাটিত সোমাব নোআৰি বৈ থাকে; তেতিয়া ইকাল সিকালৰ পৰা সক সুঁতি চাইটা পাঁচোটা আহি, একে লগে গোট খাই, আৰু কোনো কালে জাবলৈ বাট নে পালে, ওপৰলৈ কুটি অনেক ভুমুক ওলাই। পাচে সেই আটাই ভুমুকৰ পানি একে লগে বৈ জাই, আৰু এই নিমিত্তে তাৰে তাৰৰ নদি হই; সেই দৰে নদিও বৈ গৈ একে লগ হলে এখন সাগৰ হই। দেখা, এই সকলো ইশ্বৰে সূর্জৰ তাপৰ দোআৰাই কৰিচে। ইশ্বৰে জদি সূর্জৰ তাপ ন কৰিলেহেঁতেন, তেনে হলে ৰৰখুন নৈ আদি ন হই, আৰু তাতে মানুহৰ অনেক দুখ হলহেঁতেন।

খনিৰামে কলে, ভাই এতিয়া মই জানিচোঁ, সূর্জৰ তাপ ন হলে আমাৰ মৰনৰ গতি হই। ইশ্বৰে আমাৰ ভালৰ কাৰনে সূর্জক সৃজিচে; আন দিনত বদত ফুৰি স্রান্ত হলেও, মই ইশ্বৰৰ খামতাৰ বিসই চিন্তা কৰি, এনে অগিয়ানৰ কথা ন কবলৈ কাৰ্বাৰ কৰিম। দ.

---

## প্রিথিবি আৰু তাৰ সন্তানবিলাকৰ দ্রিষ্টান্ত।

Earth and her Children.

প্রিথিবিৰ কোনো এক দেসত এবচৰত বৰ দুখ হলত সেই থানৰ জিৱ জন্তু গচ আদি কৰি সকলোএ আপোনাৰ মাতা প্রিথিবিৰ ওচৰলৈ আহি, প্রত্যেকে আপোনাৰ দুখ জনালে। প্রথমতে মানুহবিলাকে কলে, হে মাত্রি, আমি তোমাৰ প্রিয় সন্তান, আমাৰ আদি পিতা মাতাৰ জি দাই, তাক তুমি কিচু খেমা ন কৰিবা নে? জি দায়া চেষ্টা আৰু উপকাৰ আগেএ কৰিচিলা, সেই সকল এতিয়া কি কাৰনে বন্ধ কৰি আচা? মাউৰে আমাক বিনালে আৰু জি কৰম কৰিবলৈ ধৰোঁ, তাক ধুমুহা বতাহ ৰৰখুনে নষ্ট কৰে। অগ্নি আৰু জল, এই দুয়ো মুল বস্তু আমাৰ বিৰোধে লাগিচে, আৰু এই সকল দুখৰ মাজত থাকিও আমাৰ এনে ভ্রান্তি হোআত ইয়ে সিয়ে লৈতে

ৰন বিগ্ৰহ কৰোঁ। হে আই, আমাৰ দুখ দুৰ কৰা, নাইবা পুনৰ বাৰ আমাক তোমাৰ উদৰে লোৱা।

পাচে বনৰিয়া পহুবিলাকে আহি কলে, হে মাত্ৰি প্ৰিথিবি, আমাৰ প্ৰতি দায়া কৰা, আমি তোমাৰ পুত্ৰ, তোমাৰ কোলাত আমি নিদ্ৰা কৰোঁ আৰু তোমাৰ তন খাঁও। জল চুকালে মৰোঁ, সুৰ্জৰ তাপত পৰোঁ, বতাহ বৃিষ্টিৰ পৰা আসুই নাই, ত্ৰিন আদি বস্তু খাই সক্তি নে পাওঁ, ৰোগেৰে মৰোঁ, এই জি মনুস্য সিইঁতেও আপোনাৰ চাকৰৰ দৰে বান্ধি আমাক দুখ দিএ। তুমি জদি দায়া ন কৰা, তেন্তে আৰু এবচৰ মানো নি জিঁও।

পাচে ত্ৰিন, মহা বৃিখ্য আদি আহি কলে, হে প্ৰিথিবি, তুমি আমাৰ মাতা, তোমাৰ ওপৰত আমি সৰ্বদাই থাকোঁ, তোমাৰ ৰস পি প্ৰান ৰখ্যা কৰোঁ, আমাক দায়া কৰা। মন্দ বায়ুত মৰোঁ, জল নে পাই গ্ৰিসাত ঘনে ঘনে জঁই পৰোঁ; অসংখ্য কিটে নষ্ট কৰে গৰু চাগ আদি ভৰিৰে পিহে, মানুহবিলাকে পৰস্পৰে জুধ কৰিলে আমাক গুৰি কৰে, এই দৰে আমাৰ মাজৰ অনেক বংস নষ্ট হল। জদি তুমি ৰখ্যা ন কৰা, তেন্তে এবচৰৰ মাজত আমি সকলো নষ্ট হম।

এই সকলো সুনি, প্ৰিথিবিএ উত্তৰ কৰি কলে, মই চ হেজাৰ বচৰ নিৰ্মান হৈ আচোঁ, কিন্তু আগেঁএ এনে কথা দেখা নাই, এনে গোচৰ কোনো বচৰত নু সুনিলোঁ। তেও পুৰ্বে জেনে আচিল, এতিয়াও সেই দৰে আচে, আজিলৈকে কোনো বস্তু লুপ্ত হোৱা নাই। এবচৰ জি লুপ্ত হই, আন বচৰত সি পুনৰ বাৰ জন্মে। সস্য ত্ৰিন আদি জদি কোনো এবচৰত নষ্ট হই, তথাপি আন সস্যাদিৰ বিজ মোৰ উদৰত আচে; কাল ভাল হলে আকও উঠে; পহু জদি কোনো বচৰত কেনেবাকৈ কম হই, তেও জি সেস থাকে, সিইঁতৰ পৰা আকও পহু জাতিৰ বৃিধি হই। মনুস্য কেৱল দুষ্ট স্বভাৱৰ হেতুকে দুখ পাই, তেও সিইঁতৰ গিয়ান আচে, আৰু মনোজোগ কৰিলে এই সকল দুখৰ পৰা ৰখ্যা পাব পাৰে। তোমোলোকে এই সকলো গোচৰ ৰাখা। তোমোলোকে দুখ পাইচা সুখো পাইচা, আৰু ইশ্বৰে তোমোলোকক সুজন কৰিচে, তেঁৱে তোমোলোকক সৰ্ব প্ৰকাৰে ৰখ্যা কৰি আচে। ম.

---

## বাঘৰে মেৰ পোৱালিৰে দ্ৰিষ্টান্ত।

**The Tiger and Lamb.**

এক দিনত কোনো জানৰ কোসৰত এটা বাঘে পানি খাবলৈ ধৰিলে। তাৰ পৰা কিচু মান ভাটি ফালে থাকি এটা মেৰৰ পোৱালিএ পানি খাই আচিলে। তাকে দেখি বাঘে তাৰ ওচৰলৈ গৈ দাঁত সিয়ৰাই সেই মেৰ পোৱালিত কবলৈ ধৰিলে, হেৰ কটা দুষ্ট মেৰৰ পোৱালি, মই জি থনত পানি খাবলৈ ধৰিচোঁ, ইয়াত আহি তই পানিবোৰ ঘোলা কৰিচ নে? তোৰ এনে কপাল হৈচে নে? এনে কথা সুনিলত মেৰ পোৱালিএ তত হেৰাই, মোৰ কি দুৰ্বাসনা হল, এই বুলি উত্তৰ দিবলৈ ধৰিলে, ইমান ভাটি হৈ নিলগত পানি খাইচোঁ, তেও মই পানি বোকা কৰা হে হল। তাতে বাঘৰ মনত বৰ খঙ্গ হৈ বুলিলে, হেৰ তই কিয় এইমান বক বকা? তোৰ বাপেৰৰ অৱস্থা তই পাহৰিচ নে? চ মাহ মাথোন হৈচে, এই দৰে অমান্য কৰি তোৰ বাপেৰ মৰি গৈচে; তয়ো প্ৰানটো তাৰ বাস্কি লৈ ফুৰিচ নে? পাচে মেৰ পোৱালিএ কলে, হে দেৱতা, মই বেয়া কথা কোৱা নাই; তুমি জে কৈচা, বুপাই এই দৰে অমান্য কৰি মৰাৰ চ মাহ হৈচে, তেতিয়া হলে মই হোৱাই নাই, কেনেকৈ সেই কথা বুজ পাম? তেও ভাল হৈচে, জদি বুপায়ে এনে দাই কৰিচিলে, তেন্তে তাৰ ফল পালে; মই তাৰ পুতেক হলোঁ বুলি মোৰ কি জগৰ লাগিল? পাচে মেৰ পোৱালিক বাঘে আকও কলে, হেৰ তই কি কৰিবি? সেই বাপেৰৰ বিৰ্জৰহে তয়ো লৰা, আৰু মোৰ আগত এনে চতুৰত কথা জে কৈচ, তোৰ জাতিৰ এই স্বভাও; মই তোৰ পিত্ৰিৰ চাল নেকাঁও মানে তই মোৰ বসবৰ্ত্তি ন হবি; এইবোৰ কলত সেই মেৰ পোৱালিক বাঘে কামুৰি খাই পেলালে।

এই দ্ৰিষ্টান্তৰ ইয়াকে অৰ্থ বুজিবা। নিৰ্বলি মানুহক বলৱন্তে দাই ধৰিলে, সি ভাল প্ৰমান দিব পাৰিলেও বলৱন্তে নু সুনে। উত্তম বাক্যোৰে বলিৰ হাত সাৰিব নোৱাৰে। ।

# অৰুণোদই সম্বাদ পত্ৰ।

দুতিয়চোঙা। মো° শিৱসাগৰ, জানোআৰি ১৮৪৭ খ্রিষ্ট অ° সঁক। নম্বৰ ১।

VOL. II. SIBSAGOR, ASAM, JANUARY, 1847. NO. 1.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

সন ১৮৪৬ ইংৰাজিৰ ১৬ নৱেম্বৰ ২ আ-ঘোন তাৰিখৰ সোম বাৰ দিনা বেলি ৯ বজাৰ সময়ত মোকাম তেজপুৰ জিলাত চৰ্বি নামেৰে চিপাহি গাৰদৰ এটা চিপাহি তাৰ ওচৰৰ ২ টা চিপাহিৰ লগ লৈ গা ধুবৰ মনেৰে পুখুৰিলৈ আহি তাতে অনেক খনি বেলি পুখুৰিতে সেই চিপাহিৰে ধেমেলা ধেমেলিকৈ ইপাৰ সিপাৰ কৰি থাকি, পাচে পানি খাই তল গৈ মৰি থা-কিল। তাতে শ্ৰীজুত কাপ্তান গৰ্ডন সাহাবৰ খো-দাই নাবাজ নামেৰে এটা চাপ্ৰাচিএ গৈ দেখিলে যে চিপাহিটো তল গল। তাতে তাৰ লগত জো-আ চিপাহি দুটাও সেই চিপাহিক তুলি আনিব-লৈ বিজিয়াই বিজিয়াই কলে, তাতে সিহঁতে কলে বোলে, সি বুৰ মাৰিচে, এতিয়া ওলাব। এনে বুলি থাকোঁতেই দেখে আদ ঘণ্টা মান বেলি হল তথাপি তাক ওলাবৰ নে দেখিলে। পাচে সেই চাপ্ৰাচিএ পুখুৰিত নামি বিচাৰি বিচাৰি মৰা মটো পালে।

কাশ্মিৰ অধিকাৰ ইমাম উদিনে মহা ৰজা গো-লাব সিংহৰ বিৰোধ হৈ আগ্যা নে মানি ৰন কৰি আছিল। পাচে গৱৰনৰ জেনৰল লৰ্ড সাহাবে সুনিলে বোলে, লাহোৰৰ ৰাজ মন্ত্ৰি ৰজা লাল সিংহৰ গুপুত আলচেৰে ইমাম উদিনে সেই ৰন কৰিলে; এই কথা সোধ পোচ কৰি নিচইকৈ প্ৰমান পোআত ৰজা লাল সিংহৰ প্ৰধান ৰাজ মন্ত্ৰি বাৰ গুচালে। পাচে কম্পানিৰ সেনাবিলাক লাহোৰ নগৰ এৰি আহিবলৈ হকুম হলত পঞ্জা-বি মন্ত্ৰি সকলে চিপাহি থাকি নগৰ ৰাখিবৰ নিমিত্তে নিবেদন কৰিলে। তাতে পঞ্জাবি মহা ৰজা দলিপ সিংহ ১৬ বচৰ বয়স হোআলৈকে ৮ বচৰ মাথোন কম্পানিৰ সেনা থাকিবলৈ আগ্যা কৰিলে; আৰু সেনা থকা খৰচৰ নিমিত্তে মন্ত্ৰি-বিলাকে বচৰি বচৰি ২২,০০,০০০ লাখ টকা দিবলৈ কথা ৰাঙ্খিলে। আৰু মন্ত্ৰিবিলাকে সৈতে দেসৰ আগ্যা আৰু কানন চলাবলৈ এজন সাহা-বক ৰাজ মন্ত্ৰি বাৰ দি পাতি থলে।

মইমনচিং নগৰত ১৭,১৮ আৰু ১৯ অক্টো-বৰ এই তিন দিনত অনেক বৰ ভূঁইকঁপ গল।

ইংলণ্ডত থকা কম্পানিৰ অধিকাৰ লোকে হিন্দুস্থান দেসত ৰেল্‌ৰদ অৰ্থাত কল ৰথ জোআ লোৰ ডাঙ্গ পাতিবলৈ নিচই কৰি, জি জি মানুহে সাজিবৰ নিমিত্তে ৫,০০,০০,০০০ কোটিলৈকে কপৰ ভাগ দিএ, সিবিলাকৰ বচৰি বচৰি ১০০ স টকাত ৪ টকা লাভ জদি নোলাই, তাৰ ভৰ-নি কৰি ৪ টকা পুৰাই দিম বুলি জনাইচে।

ইংলণ্ডৰে ফ্ৰাঞ্চৰে মাজে দি জোআ সাগৰৰ জি সুঁতি, নৱেম্বৰ মাহৰ প্ৰথম পখত সেই সুঁতি পাৰ হৈ অহা জোআ কৰা ৩২৮৮ মানুহ হৈচিল।

ডেবনপৰ্ত নামে ইংলণ্ডৰ এক নগৰৰ ওচৰত ২৬৬ হাত বহল এখন নদিৰ ওপৰত ৫০ হাত ওখকৈ লেজু লগাই টানি বান্ধি তাৰ ওপৰে পাৰ হৈ জাম বুলি এটা মানুহে কৈ জনালত তাক চাবলৈ ২০০০ হেজাৰ মান মানুহ গোট খাই আহিল। তাতে লেজুত উঠি খোজ কাঢ়ি একো ন পৰা ন হজাকৈ পাৰ হৈ গল।

নৱেম্বৰৰ ১৮ দিনৰ পৰা ২১ দিনলৈ ফ্ৰান্স দেশৰ লৱৰ নদিৰ পানি বৰ্হাত অনেক মানুহ মৰিল, আৰু অগনন ধন সম্পত্তি গুচিল। ৰো-আন নগৰৰ ২০০ ঘৰ নষ্ট হল, আৰু বন্তুএ সৈতে ভৰোআ নাও ২৭০ তল গল। পনিয়া-লৰ বস ৩৩,০০০ পিপাতকৈ অধিক নষ্ট হৈ ৭,৫০,০০০ টকা লোকচান হল, কোনো ঠাই-ত্তে আলি সকল ভাগি গল; কোনো ঠাইতে পা-নি বাৰে হাত উঠি ঘৰকো তল নিয়ালে; ঘোঁ-ৰাই সৈতে ৰথত জোআ কোনো কোনো মানুহ উটাই নিলে। চেম্বৰ্ফৰ্মিন নামে এখান গাঁৱৰ ৬০০ মানুহ আছিল; চাৰিও ফালে পানিএ বেৰি ধৰাত পলাব নোআৰিলে; পাচে বুৰি গলত সকলো মৰিল।

ৰুচিয়া, প্ৰুচিয়া, অস্ত্ৰিয়া, এই তিনি দেশৰ ৰজাই পোলণ্ড দেশৰ সকলো নগৰ ক্ৰমে ক্ৰমে দখল কৰি সেসত ক্ৰাকৌ নামেৰে জি নগৰ স্বতন্ত্ৰ হৈছিল তাকো এতিয়া অস্ত্ৰিয়া ৰজাই আপো-নাৰ কৰি ললে। কিন্তু সেই ক্ৰাকৌ নগৰ সদাই স্বতন্ত্ৰ হৈ থাকিব, ইয়াকে ইউৰপৰ সকলো ৰজাই ১৮১৫ ইং সঁকত নিৰ্বন্ধ কৰিলে। এতিয়া ৰুচিয়া ৰজাৰ আলচেৰে অস্ত্ৰিয়া ৰজাই সেই নিৰ্বন্ধ ভঙ্গাত ফ্ৰাঞ্চি আৰু ইংলণ্ড দেশা-ধিপতি তাত সম্মত নি দি পত্ৰৰ দোআৰাই নি-সেধ জনাইচে।

পৰ্তুগাল দেশৰ মহা ৰানিৰ অহিতে দ্ৰোহ পাতি বহু মানুহে ৰন কৰিবলৈ উপাই কৰিচে। কোনো কোনো ঠাইত ৰনৰ আৰম্ভন হৈচে; তা-ত্তে মহা ৰানিৰ সেনাবোৰে পৰাজই কৰি কেত-বোৰ মানুহক মাৰিলে, আৰু কেতবোৰক বন্দি কৰি ধৰি নিলে।

ইতালি দেশৰ ২৫,০০,০০০ লাখ মানুহৰ মাজত ৫৪,০০০ হেজাৰ কইদি আচে; বঙ্গাল দেশৰ ৭,০০,০০,০০০ কোটি মানুহৰ মাজত ৪০,০০০ হেজাৰ মাথোন কইদি আচে। তাতে আমি জানিচোঁ, ইতালি দেশৰ মানুহ বৰ ধৰমি ন হই!

অক্টোবৰৰ ১০ আৰু ১১ তাৰিখত কুবা মাজুলি হায়ানা নগৰত বৰ ধুমুহা বতাহ তুফান আহি নগৰৰ অনেক ঘৰ মঠ আদি নষ্ট কৰিলে; আৰু তাৰ ওচৰত থকা জাহাজ ৮০ চাৰি কুৰি মান ভাগি গল।

ইতালিৰ ওচৰত থকা চিচিলি মাজুলিত বৰ-থুনে সৈতে বৰ তুফান হৈ অনেক ঠাইতে ঘৰ গচ আটাইকে ভাঙ্গি পেলালে। মেলাজো নামে এখন নগৰত এস মানুহ মৰিল।

খেহ দেশৰ পৰা চিঙ্গাপুৰ নগৰলৈ ৩১০ কু-লি মানুহ নিবলৈ ধৰাত ২৬ নৱেম্বৰত বাটত জাঁওতে বৰ তুফান হোআত জাহাজৰ মানুহে কুলিবিলাকক তলৰ খোঁটালিত সুমাই দুআৰ মাৰি থলে। চাৰি দিনলৈকে বৰ বতাহ ঢৌ হৈ থকাৰ কাৰনে দুআৰ মেলিব নোঅৰাত কুলি-বোৰে উসাহ আৰু ভাত খাবলৈ নে পাই ৩০ তেৰ কুৰি মানুহ তাতে মৰিল।

পাৰ্চি দেশৰ মানুহৰ মাজত মাউৰ লাগি বহু প্ৰজা মৰিল। প্ৰথমতে পাৰ্চিৰ পচিম ভাগে মাউ-ৱে ধৰি মানুহ অনেক মাৰিলে; পাচে তিগৰি নদিৰ দুই পাৰত থকা বাগ্দাদ্ আদি কৰি নগৰ আটাইবোৰত ভালেমান মৰাত সকলো কাজ কাম এৰি ঠায়ে ঠায়ে মানুহ পলাই গল। সেই মাউৰত পাৰ্চিৰ মানুহ মুঠে ১,০০,০০০ এক লাখ মান মৰিল।

আমেৰিকা মিল দেসৰ বস্তন নগৰত আটাই জাহাজতকৈ ডাঙ্গৰ এখান জাহাজ সাজি, নিয়ু-ৱৰ্লড অৰ্থাত নতুন প্ৰিথিবি তাৰ নাম দিচে। তাৰ দিঘল ১৩০ হাত, পথালি ২৮ হাত, দ ১৯ হাত হৈচে; ৮০,০০০ হেজাৰ মোন বোজা খাই। সজাৰ খৰচ ২,০০,০০০ লাখ টকা।

দখিন আমেৰিকাৰ বৈনচেৰচ দেসত ইংৰাজি আৰু ফ্ৰাঞ্চি জাহাজ সমুহ পাৰানা নদিএ ভটিয়াই জাঁওতে বৈনচেৰচ লোকে এক কোঁঠৰ পৰা জা-হাজ গুলিয়াবলৈ উপাই কৰিচিল; তাতে পাঁ-চোটা ডাপ জাহাজৰ পৰা কোঁঠ গুলিয়াই জা-হাজ সকল ভটিয়াই জাব পাৰিলে। দুয়ো ফা-লে অনেক মানুহ মৰা নাই, কিন্তু গৰ্গন নামে ডাপ জাহাজ এখানত বৰ টোপৰ গুলি দহোটা পৰি সোমাল।



কথা কোআ বাজনাৰ নকচা ।

The Euphonia, or Speaking Machine.

অষ্ট্রিয়া দেসৰ বিয়েনা নগৰত থকা ফাবেৰ নামে এজন সাহাবে সাত বছৰলৈকে অনেক বুধিএৰে এজাতৰ বাজনা সাজিলে । সেই বাজনাৰ সবদ, মানুহৰ মাতৰ নিচিনা আৰু জি দেসৰ কথা কৰলৈ ইচা কৰে, মানুহে বাজনাৰ জন্ত্রত আঙ্গুলি বুলালেই সেই দেসৰ ভাসা ওলাই, সুনৌতে মানুহৰ মাতৰ দৰে সুনা জাই । ওপৰত সেই বাজনা জন্ত্রৰ নকচা আচে, বাঁও ফালে এজন মানুহে বাজানাত আঙ্গুলি বুলাই আচে, সোঁ ফালে কাঠৰ পুতলাই কথা কোআ জেন দেখা জাই । মানুহে বোলাৰ সবদৰ দৰে আগৈএ কোনো মানুহে এনে বাজনা সাজিব পৰা নাই । আৰু এনে জন্ত্র সুনিবলৈ বৰ বিস্মই জেন লাগে । §

নতুন গ্রহ দেখা পোআৰ কথা ।

Discovery of a new Planet.

সুৰ্জৰ পৰা ১,৮০,০০,০০,০০০ মাইলৰ আঁতৰত থকা হৰ্সৌল নামে জি গ্রহ, সি আপোনাৰ পথত ঘুৰি জাঁওতে কিচু লৰ হোআত অনেক লোকে তাৰ গতি ঠিক মতে নিখিব নোআৰিচিল । লৰ হোআৰ কাৰন নে জানিলে, কিন্তু মানুহে নে দেখা কোনো গ্রহ হৰ্সৌলতকৈ দুৰ হৈ তাক আকৰ্সন কৰি পথৰ পৰা টানি নিএ, ইয়াক ভাবিচিলে । জোআ বচৰত লেবেৰি নামে ফ্রাঞ্চি জোতিসিয়া এজনে গননা কৰি, হৰ্সৌলতকৈ সুৰ্জৰ পৰা দুগুন দুৰ হোআ এক অবিদিত গ্রহ আকাসৰ আমুক ঠাইতে আচে, আৰু ২০০ বচৰতকৈ কিচু অধিক কালত সুৰ্জক ঘুৰে, ইয়াকে জানি ৩১ আগষ্টৰ এক সমাচাৰ পত্রত লিখি জনালে । পাচে জৰ্মানি দেসৰ বৰ্লিন নগৰৰ ডক্তৰ গাল নামে জি এজন জোতিসিয়াৰ ভাল দুৰ্বিন আচে, তেঁওলৈ সেই লেবেৰি সাহাবে চিঠি লিখি আকাসৰ আমুক ঠাইত গ্রহ বিচাৰি চাবলৈ নিবেদন কৰিলে । ২৩ চেপ্তেম্বৰত সেই চিঠি পাই গাল সাহাবে ৰাতি ওলাই দুৰ্বিন তুলি লেবেৰি সাহাবে জনোআ ঠাইত এটা তৰা দেখিলে; তৰাবিলাকৰ নকচাৰ পুথি চাই সেই ঠাইত তৰা লিখা নাই । পাচ দিনৰ ৰাতি আকও চাই সেই ঠাইৰ পৰা তৰা লৰিল, তাতে জানিলে, সি তৰা ন হই, কোনোবা গ্রহ । পাচে

অনেক দিন তাৰ গতি চাই আৰু জোখ লৈ, লে-ৰেৰি সাহাবে জি কথা গননা কৰি কলে, তাৰ স্বৰূপ প্ৰমান পালে। সেই গ্ৰহৰ বহল জোখ ৫০,০০০ মাইল; প্ৰিথিবি খনতকৈ ২৫০ আৰ্হৈ স গুন ডাঙ্গৰ; সুৰ্জ্জৰ পৰা ৩,১২,৫০,০০,০০০ মাইলৰ আঁতৰ; তাৰ গতি ক্ৰমে ২১৭ বচৰত সুৰ্জ্জক এবেলি ঘূৰে। অতি দূৰৈ দেখি তৰাৰ নি-চিনা সকু জেন দেখা জাই; কিন্তু বুধ, সুকুৰ, মঙ্গল, হৰ্স্যোল, এইবিলাক গ্ৰহতকৈ ডাঙ্গৰ; গ্ৰহৰ মাজত কেৱল ব্ৰিহস্পতি আৰু সনি এই দুয়ো সেই নতুন গ্ৰহতকৈ ডাঙ্গৰ। তাৰ নাম এতিয়া দিয়া ন হল। ।

---

## ধৰমৰ কথা বাত্ৰা।

Religious Intelligence.

কলিকতা নগৰত উপদেসক নামে খ্ৰিষ্টিয়ানৰ এক উত্তম এক সমাচাৰ পত্ৰ লিখি চলাবলৈ ধৰি প্ৰথম নম্বৰ আমালৈ পঠিয়াইচে। মাহে মাহে চাপি বচৰত তাৰ দাম ১৷৷ ডেৰ টকা।

বৰিসাল নগৰৰ ওচৰত থকা ৫৮ মানুহ খ্ৰিষ্টত বিশ্বাস কৰি ২২ নবেম্বৰ তাৰিখত মণ্ডলিত গ্ৰাজ্য কৰা হল। আগ্ৰা নগৰৰ ওচৰত থকা চিতৌৰা গাঁৱৰ ৯ টা মানুহ খ্ৰিষ্টৰ সিস্য হৈ ১৩ অক্টোবৰত মণ্ডলিত সোমাল।

পাটনা নগৰত নবেম্বৰ ২৯ দিনত পাদুৰি বেদি সাহাবে আপোনাৰ পুত্ৰেক আৰু তিৰোতা মানুহে সিকা ইস্কুলৰ ৪ জনি চোআলি আৰু আন এক জন মানুহ, এই চটাক বুৰ দিয়াই মণ্ডলিত গ্ৰাজ্য কৰিলে।

নবেম্বৰ মাহত দিনাজপুৰ নগৰত থকা ৭০। ৮০ বচৰ মান বয়সিয়া এজন বুঢ়া সিস্য মৰিবৰ বেলাত পাদুৰি আইলি সাহাবে তাক দেখিবলৈ গৈ তাক সুধিলে, তুমি কোনোবা মানুহক চিনিচা নে, নাইবা মনত কিবা কথা স্মৰন কৰিচা নে? তাতে বুঢ়াই কলে, কাকো নি চিনোঁ, এ:কো কথা সুঁঅৰিব নোআৰোঁ, কেৱল হাত আৰু গজাল, আৰু চৰনত জি বিন্ধা আচে, সেইবোৰ সোঁ-অৰোঁ, তাত বাজে মনত একো নাই, আটাইকে পাহৰিলোঁ। সাহাবে আকও সুধিলে, তোমাৰ মনত ভই আচে নে? সি কলে, মোৰ একো ভই নাই। সেই ৰূপে খ্ৰিষ্টক চিন্তি আনন্দ মনেৰে মিৃত্যু হল।

গ্ৰিক দেসৰ আথিনি নগৰত শ্ৰীজুত কিঙ্গ না-মে এজক আমেৰিকান পাদুৰি চাহাবে অনেক বচৰৰ পৰা সত্য ধৰম চলাবৰ নিমিত্তে কাৰ্বাৰ কৰিচে। এতিয়া দু বচৰ মান হল, তেঁও এখান সৰু পুথি লিখি, তাতে আগৰ কালৰ গ্ৰিকবিলা-কৰ মতত থকা মণ্ডলিৰ ৰখ্যকৰ প্ৰমান দি, আ-মাৰ প্ৰভুৰ মাত্ৰি মাৰিয়ামক আদি কৰি সাধুবি-লাকক আৰাধনা কৰা অনুচিত, ইয়াকে পষ্ট ৰূপে দেখালে। সেই পুথি পৰ্হি তাত থকা গ্ৰিক লোকবিলাকে অতি খঙ্গ হৈ চিৰা নামে এখন সৰু মাজুলিৰ নগৰত সোধ পোচ কৰিবৰ চলে তেঁওক নি বধিবলৈ উপাই কৰিলে। সেই ঠাই পাই তেঁও সিইতৰ কুমন্ত্ৰনা বুজ পাই বামলৈ নুঠাকৈ জাহাজেৰে আথিনি নগৰলৈ গল।

মাদিৰা মাজুলিৰ খ্ৰিষ্টিয়ান মানুহবিলাক অতি দুখ তাডনা পোআৰ কাৰনে আপোনাৰ গাঁও-বিলাক এৰি কোনো কোনোএ পৰ্বতলৈ পলাই জাই, কোনো কোনোএ আন দেসলৈ জোআ জাহাজ পাই তাতে উঠি গৈ আচে। এখান ইং-ৰাজি জাহাজত ২০০ দু সত্‌কৈ অধিক মানুহ কাপৰৰ বাহিৰে একো বস্তু ৰাখিব নোআৰি লৰা লৰিকৈ উঠি ত্ৰিনিদাদ নামে অন্য এখান মা-জুলিলৈ গল। আৰু দুখন জাহাজ আহি তিনি চাৰি স মানুহ সেই মাজুলিলৈ নিচেগৈ। তথাপি প্ৰান মাথোন ৰখ্যা পৰিল, কিন্তু ঘৰ বাৰিকে আদি কৰি সকলো বস্তু গুচিল। ।

---

## লঙ্কা উপদিপৰ কথা।

Account of Ceylon.

হে পাঠক সাধু লোকবিলাক, তোমোলাকে আটায়ে লঙ্কা দিপৰ কথা সুনিচা, কিন্তু হিন্দু মানুহবোৰে গপ কৰিছে কই, জে আগেয়ে সেই লঙ্কাতে ৰাৱন ৰজা আচিলে, আৰু সিতা বহু দিন নিবাস কৰি আচিলে। আৰু এতিয়াও বিভিসন আচে, আৰু সেই লঙ্কা দিপ খন সোনৰ স্বৰূপ, এনেবোৰ হিন্দু মানুহৰ গপ; কিন্তু সেই লঙ্কা দিপৰ স্বৰূপ বাত্ৰা আমি এতিয়া কিচুমান কওঁ।



লঙ্কাৰ এক মঠ আৰু তাল গচৰ নক্চা।

The Talpat tree of Ceylon.

সেই লঙ্কা দিপ এন হলে কলিকতা চহৰৰ পৰা বৰ বিলগ ন হই, জাহাজ নাৱেৰে গলে জদি বতাহ ভাল হই তেতিয়া চই দিনে লঙ্কা পোআ জাই। সেই দিপ ইয়াৰ পৰা ঠিক দখিনে, আৰু সেই দিপ এন ১৪০ ক্রোস দিঘল ৮০ ক্রোস বহল, আৰু তাৰ আক্রিতিটো প্রাই ডিমাৰ নিচিনা ঘুৰনিয়া, কিন্তু অলপহে দিঘল। সেই লঙ্কাৰ মাটি সাগৰৰ ওচৰে ওচৰে নির্মল মাটি, আৰু সকল খেতি ক্রিসিহৈ থাকে, সেই মাটিতে অনেক বিধিয়া সহ পতন, নাৰিকল, সৰহ দালচেনি উতপন হই। কিন্তু দিপৰ মাজত জি থল আছে, সি হলে বৰ পর্বত স্বৰূপ, আৰু তাতে আটাই পর্বতৰ মাজতে ৬৭০০ ফুত ওখ, আদম পিক নামেৰে এটা পর্বতৰ টিঙ্গ আছে, সেই টিঙ্গৰ আগত সিলৰ মাজত এক মানুহৰ ভৰিৰ খোজৰ নিচিনা এক ঠাই দেখা পোআ জাই, সেই পদ চিনৰ নাম শ্রীপদ। আৰু সেই দিপৰ মানুহবোৰে বুধৰ ভৰিৰ চিন বুলি, তাকে তির্থ বুলি মান্য মান কৰে। সেই লঙ্কা দিপৰ বতাহ বৰ সিতল, তপত নো হোআ কাৰন সুখ পোআ জাই, বৰ জুৰ লাগে।

সেই এন দিপৰ ওচৰত সাগৰৰ মাজত পুর্বে বহু মুকুতা তোলে, কিন্তু এতিয়া তাৰ বেপাৰ সৰহ নাই; মুকুতা বৰ চিকন, উজ্বল, ঘুৰনিয়া বস্তু মটৰ কলা মাহতকৈ কিছু সৰু। ধনি মানুহৰ প্রাই আটাই দেসত অলঙ্কাৰ কৰাৰ নিমিত্তে মুকুতাকে আদৰ কৰে। এটা মুকুতা সৰু হলে ৫০ বা ১০০ টকাতহে পোআ জাই, কিন্তু ডাঙ্গৰ হলে তাৰ দৰ ৫০০ বা ১০০০ এহেজাৰ টকা দৰ হই। মুকুতা সাগৰৰ মাজত জিনুক সামুকৰ ভিতৰত জন্মে, আৰু এটা এটা জিনুকৰ ভিতৰে কেতিয়াবা ৫।৬।৮ মুকুতা হই। লঙ্কা দিপৰ ওচৰতে থকা সাগৰত সৰহ মুকুতা পোআ জাই, তাকে কি প্রকাৰে ধৰা জাই তাকে

কঁও সুৰা। মুকুতা সাগৰৰ নিজ ঘাৰত পোৱা নে জাই, তিৰৰ পৰা ৭।৮ ক্ৰোস দুৰত এক বালি চট ওখ ঠাই আছে, সেই ঠাই জলত দুবে; কিন্তু জল দ ন হই অনুমান ১৫।২০ হাত। সেই ঠাইতে লঙ্কা দিপৰ কোনো অধিকাৰ থাকে, আৰু সেয়ে বছৰি বছৰি তাৰ কৰ দিএ; কিন্তু বাৰেও মাহে তাতে কৰম ন চলে; কেৱল চত বহাগ মাহত কৰম চলে, কিয়নো সেই দুই মাহত সাগৰ কিছু থিৰে থাকে, অন্য কালত সেই থানৰ ঢৌৰৰ কাৰন মুকুতা তুলিবৰ অসাধ্য। চত মাহত কিছু দিন পুৰ্বে বহু মানুহ সাগৰৰ তিৰত একে লগ হৈ, তাতে থাকিবৰ নিমিত্তে বালিৰ ওপৰত পঁজা সাজে। কোনোএ মুকুতা তুলিবৰ কাৰনে, কোনোবাই মুকুতা কিনিবৰ নিমিত্তে কোনো লোকে দোকান কৰিবৰ জনো কোনোবাই ৰঙ্গ দেখিবৰ নিমিত্তে জাই। জিবোৰে মুকুতা তুলিবৰ কৰমত নিজুক্ত, সেইবোৰে দু পৰ ৰাতি নাৱত উঠি পাল তুলি সেই চটলৈ জাই। সেই থানতে সেইবোৰ মানুহে সুৰ্জ উঠাৰ কিছুমান আগেই থিতি হই; কেতিয়াবা কেতিয়াবা ২০।৩০ নাও সেই ঠাইতে একে লগ হৈ একে নাৱতে এক জন মাজি, দুই জন বাট দেখুউআ লোক, দহ জন ডাঁৰি, আৰু দহ জন বুৰিউআ থাকে। সেই চটৰ ওচৰত ৰজাৰ এখন জাহাজ লঙ্গৰ কৰি থোআ আছে। সুৰ্জ উঠিলে সেই জাহাজত কাম কৰাৰ সবদ হই; সেই সবদ সুনি মাথোন আটাই নাৱৰ মানুহবোৰে লঙ্গৰ পেলাই কাম কৰিবলৈ ধৰে। দুবিওয়া অৰ্থাত জি মানুহে জলত বুৰ মাৰি মুকুতা তোলে, সেই মানুহ আটায়ে একে বাৰে বুৰ নে মাৰে, কিন্তু পাঁচোটা পাঁচোটা মানুহে পাল কৰিহে বুৰ মাৰে। বুৰ মৰাৰ বেলিকা সেই মানুহবোৰে সোঁ হাতে এখন বৰ চুৰি, বাঁও হাতত এটা খালৈ লই। আৰু সিধে সাগৰৰ তলি পোআৰ কাৰন সেই মানুহবোৰে দুই ভৰি এটা গধুৰ সিলৰ ওপৰত দিএ, সেই সিলটো এডাল জৰিৰে বন্ধা হৈ থাকে; আৰু সেই জৰি ডাল নাৱৰ মানুহবোৰে ধৰি থাকে। সাগৰৰ তলি পালে পাচে সেই মানুহবোৰে সেই চুৰিৰে সিল আদি লাগি থকা জিনুক খুলি বাঁও হাতত থকা খালৈতে ৰাখে সেই খালৈটো এডাল জৰি বন্ধা থাকে। আৰু নাৱৰ এটা মানুহে তাৰ আগত ধৰি থাকে, পাচে দুবিয়াৰে উসাস লবৰ কাৰন ওপৰে জেতিয়া উঠিব খুজে, তেতিয়া সেই জৰি লৰাই তাতে নাৱত থকা মানুহে বুজ পাই, খালৈ তুলি জিনুকবোৰ নাৱত পেলাই ৰাখে, পাচে অন্য দুবিয়াৰ নামে। এই দৰে ডেৰ পৰলৈকে মুকুতা বিচাৰ কৰম হলে, পাচে বন এৰিবৰ সবদ হই, তাতে আটাই নাৱৰ মানুহে লঙ্গৰ তুলি তিৰলৈ জাই। তাতে সেই মানুহবোৰে সকল জিনুক ঘৰনিয়া বেৰ দি থোআ এক ভাল ঠাইত মাটিৰ ওপৰত মেলি দিএ; তাতে বৰ চোকা ৰদৰ কাৰনে জিনুক লগতেই গেলি জাই। তাৰ পাচত জিনুক তুলি তাৰ ভিতৰৰ পৰা মুকুতা উলিয়াই এক বৰ বাচনত ৰাখে, সেই বাচনৰ আক্ৰিতি প্ৰাই ডঙ্গাৰ নিচিনা, আৰু তাতে পানি থাকে। জি মানুহবোৰে এই কৰম কৰে, সেইবোৰে পাচত কোনো মুকুতা আপোনাৰ কাপৰত লুকাই বা মুখৰ ভিতৰতে ৰাখি চুৰ কৰে, এই কাৰন সেই সকলৰ ওপৰত এটা ৰখিয়া মানুহ থাকে। সেই বাচনত দুই তিনি বাৰ ধুলে, পাচে সেই মানুহবোৰে মুকুতাবোৰ বাচি বাচি ভাল আৰু ডাঙ্গৰ মুকুতা এঠাইত, মধ্যম এঠাইত, সৰু আৰু অধম মুকুতা আন এঠাইতে ৰাখে। পাচে জি মানুহে সেই চটৰ ইজাৰা কৰি লই, সেইবোৰে মুকুতা নিএ, নাইবা সেই থানতে থকা বেপাৰিত বেচে।

লঙ্কা দিপত প্ৰাই ৮,০০,০০০ লাখ মানুহ থাকে। সেই সকলৰ মাজত অনেক মানুহ বুধৰ মত আস্ৰই কৰি চলে; কিন্তু তাতে বহু দিনৰ পৰা খ্ৰিষ্টৰ ধৰম প্ৰচাৰ হোআত সৰহ লোক খ্ৰিষ্টিয়ান হৈছে, হবলৈকো ধৰিছে। বনৰ মাজত পৰ্বতৰ ওপৰত বেদা অৰ্থাত বিয়াধ নামেৰে এক জাতি মানুহ থাকে, সেইবোৰ মানুহ বৰ হিন লোক, প্ৰাই পহুৰ দৰে নিতি কৰে; কিয়নো সেই মানুহবোৰ বৰ বনৰ পৰ্বতৰ গাঁতত থাকে, অন্য মানুহ দেখা পালেই পলাই। সেই লঙ্কা দিপৰ মাজ থলত পৰ্বতৰ ওপৰত কান্দি

নামেৰে এখন নগৰ আচে, তাতে আগেয়ে এক ৰজা আচিলে। কিন্তু এতিয়া লঙ্কা দিপ ইংৰাজৰ কৰতল হোআতে সেই ৰজাৰ বিসই গুচিচে। কান্দি নগৰৰ মাজত বুধৰ এটা ঘৰ আচে, তাতে পোৰোহিতবোৰে বুধৰ দাঁত বুলি ৰৰ ডাঙ্গৰ এটা দাঁত দেখুআই; আৰু মানুহবোৰেও সেই দাঁতক পূজা কৰে। দিপৰ দখিন পচিম ভাগত সাগৰৰ তিৰত কলম্বু নামেৰে এখন নগৰ আচে, তাতে ইংলণ্ডিয়া মহা ৰানিৰ আগ্যাৰে লঙ্কাৰ গবৰ্নৰ অৰ্থাত ৰজা থাকে। সেই খন নগৰৰ মানুহৰ সংখ্যা প্ৰাই ৩০০০০ ত্ৰিচ হেজাৰ। ৰ.

---

## ভিন ভিন দেসৰ মৰা স লৈ বেৱহাৰ।

**Customs of different Countries in disposing of their Dead.**

নানা দেসিয়া লোকে জি দৰে ম্রিত্যু দেহা লৈ জি সেস কাৰ্জ কৰে সি অগ্ৰাজ্য ন হই; জি হেতুক এনে কোনো দুটা জাতি নাই; জিবিলাকৰ স লৈ কৰা কাৰ্জ ভিন ভাও নাই, ইংলণ্ডিয়া অৰ্থাত ইংৰাজ লোকে আৰু সকলো খ্ৰিষ্টিয়ানইতে মৰা দেহ মাটিত পোতে। আমেৰিকা দেসত ইংলণ্ডৰ পৰা উঠি জোআবিলাকে অনেক কাল পৰ্জন্তে তাতে থাকিচে, আৰু বেলেগ ৰাজ্য হৈ আচে, সিইঁতেও আপোন পুৰ্ব পুৰুসৰ নিতি তিয়াগ কৰা নাই। সিইঁতৰ মাজত হেনৰি লাৰেন্স নামেৰে এজন সাহাব আপোন ম্রিত্যু দেহা পুৰিবলৈ আগ্যা কৰিলে; এই বেৱহাৰ চলি অহা নাই, কেৱল এবাৰ মাথোন হৈচিল।

হিন্দুস্থানৰ হিন্দু লোকবিলাকে আপোনাইতৰ স পোৰে, আৰু মচলমানইতে পোতে, মান দেসতে পুৰিবৰ নিতি আচে, কুখিয়াতি লোক সকলৰ আৰু খিন লগা ৰোগি মানুহইঁতৰ সৱিল পোতে, এই বেৱহাৰ সিইঁতৰ অমান্য জনাই।

কাফ্ৰিইঁতৰ মাজত মৈদাম বন্ধা কেৱল ৰজাৰ উচিত। অন্য লোকৰ স দায়া ন কৰাকৈ বনৰ জন্তুবিলাকৰ আগত পেলাই দিয়া হই, এই বিসয়তে সিইঁতৰ অতি অসভ্য অমনোজোগ আচে, জি হেতুক সিইঁতে মৰিবৰ প্ৰথম চিন দেখি আপোন মিত্ৰবিলাকৰ সৱিল হাবিত পেলাই দিএ। সিইঁতে মনত ভাবে জে জদি কোনো জনা ঘৰতে মৰে তেহে অসেস কাললৈকে সেই ঠাইতে দূৰ্বাসনাবিলাক হব, এই কাৰনে সিইঁতৰ একেৰিও সেস কাৰ্জ নাই।

দূহলণ্ডৰ মানুহবিলাকে গচৰ ভিতৰত খোৰোঙ্গ কাটি তাৰ মাজত মিত্ৰ লোকৰ স থিয়কৈ ৰাখে, আৰু সৰ মূৰ আৰু হাৰ ৰঙ্গা বা বগা ৰৰনেৰে বোলাই।

দখিন আমেৰিকাত ওৰনকো নদিৰ তিৰত থকা লোকে সৱিৰ সোআৰাই স ৰাম্বি জলত পেলাই দিএ, আৰু সৱি তাল তিৰতে থকা এজোপা গচত ৰাম্বি ৰাখে, তাতে মাচবিলাকে চৌৰিচ ঘণ্টাৰ ভিতৰতে সেই সৰ সকলো মঙ্গহ খাই পেলাই, কিন্তু অৱসেস থকা হাৰ সিইঁতে ঘৰলৈ আনি ৰাখি থই।

সেই দখিন আমেৰিকাৰ আন এটা অসভ্য জাতিএ সেই হাৰবিলাক ধুলিৰ দৰে চুৰ্নক্রিত কৰি ধৰম কাৰ্জ গিয়ানে তাকে খোআ বেহানিৰ লগত মিলাই। সেই থানতে মকলো নামে জাতিৰ আচৰ্জ বেৱহাৰ আচে; সিইঁতে আটা গুৰিৰ লগত সেই চুৰ্নাক্রিত হাৰবিলাক মিলাই পেলাই ৰুটি কৰে, আৰু মিত্ৰবিলাকৰ লগতে সেই ঘৰতে ভজা পিঠা খাই; এই বেৱহাৰ সকলোতকৈ অতি মিত্ৰৱত হোআৰ এটা চিন।

ম্রিত্যু মানুহৰ সেস কাৰ্জ কৰাতে সকলোতকৈ অধম এটা ৰিতি আফ্রিকা দেসৰ কঙ্গো নদিৰ তিৰত থকা লোকৰ মাজতে আচে। সিইঁতে চই সাত বচৰলৈকে ম্রিত্যু সৱিল কবৰত ন থই, কিন্তু দুৰ্গন্ধ জেন নোলাই এই কাৰনে অনেক কাপৰৰ সোআৰাই মেৰাই থাকে, আৰু সিইঁতে আপোনাইঁতৰ ধনৰ অনুসাৰে সেই মেৰোআ কাপৰ বৃধি কৰে; জদি কোনো ভাগ্যৱান মানুহ মৰে তাৰ সৱিলত বহু কাপৰ মেৰাঁওতে মেৰাঁওতে প্ৰথমতে খোআ পজাৰ ঠায়ে নো জোৰাত দুই তিনি চাৰি বেলি ন নকৈ তাক বৰ্হাই সাজে; পাচে পুতি মৈদাম ৰান্ধি থই।

গিয়ানা দেসতে ইয়াতকৈও কুবেৱহাৰ চলি আচে। জেতিয়া সিইঁতৰ মাজত কোনো অধিকাৰ মৰে তেতিয়া তাৰ তিৰোতাবিলাকে ত্ৰিচ দিন পৰ্জন্তে সেই স তিয়াগ কৰিব নে পাই; কিন্তু সেই

সৰ ওচৰতে অৰন্যে সদাই ৰহি থাকিব লাগে। সেই মিত্ত্যু সৱিলৰ দুৰ্গন্ধত লাখ লাখ মাখি আ- হে, তেও সিইতে এনেকৈ ৰহি ৰাখি থকাত এটিও মাখি সত ৰহিব নোআৰে। সেই ত্রিচ দি- নৰ পাচত সেই মিত্ত্যু দেহা কবৰত থোআ জাই, আৰু তাৰ লগত বাস কৰিবলৈ এজনি তিৰোতা- কো তাৰ লগতে কবৰত দিএ।

পিৰ দেসৰ পৰ্বতিয়া লোকে মিত্ত্যু সৱিলক ওখ গছৰ ওপৰতে বান্ধে, তাক একোৱে নে চাকে; আগৰ কালৰ ফিৰুগিয়া দেসিয়াইতৰ মাজত কোনো অধ্যাপক মৰিলে, মৰনৰ পাচতো লোক- বিলাকক উপদেস দিয়াৰ দৰে এটা ওখ খুঁটাৰ ওপৰত তেঁওৰ স খিয়কৈ থৈ ৰাখিলে, এই কথা পুৰনি কুৰখিত লিখা আছে। পাৰ্চি দেসিয়া মা- নুইতে ইয়াকে জানে জে জদি কোনো ৰকপ মচলমান অবিস্বাসি লোকৰ মাজত মৰে, তেহে কবৰৰ দুতইতে তাক এনে মন্দ সভাত থাকিবলৈ নি দিব, কিন্তু আকাসৰ বাটে দি আনি অৰন্যে বিস্বাসি মানুহবিলাকৰ দেসত ৰাখিব।

ব্রিপ এজনা ভ্রমন কৰা মচলমান অনেক দিন- লৈকে সিংহল অৰ্থাত লঙ্কা উপদিপলৈ গৈচিলে; সি লিখিচে জে জেতিয়া কোনো ৰজা মৰে তে- তিয়া তাৰ স গাৰিৰ ওপৰত এনেকৈ বান্ধে জে তাৰ মুৰটো গাৰিৰ পৰা মাটিলৈকে জুলি থাকে আৰু সেই গাৰি টানি নিঁওতে তিৰোতাবিলাকে এই সৰ ওপৰত ধুলি দি দি তাৰ পাচে পাচে জাই। তিনি দিন এই দৰে কৰি পাচে সেই সৱি- লত চন্দন আৰু কপূৰ আৰু কুমুম এই তিনি বস্তুৰে পূৰ কৰি ৰাখি থই, তাৰ পাচে সেই সৱিল পুৰি ভস্ম কৰে, আৰু সেই ভস্মবিলাক আকাসলৈ উৰু- আই দিএ।

চকাচিয়া দেসত এক জাতিয়া মানুহে এই দৰে সিইতৰ অধ্যখ্যবিলাকৰ স ৰাখি থই। সিইতে মিত্ত্যু সৱিল পেৰাৰ ভিতৰত থই, আৰু তাৰ চকুৰ পোনে পোনে পেৰাৰ তলাতে ফিস্কা দিএ জেন মৰা সটো তাতে দি ৰৱগৰ বাট দেখিব পা- ৰে, পাচে সেই পেৰাটো বৃখ্যৰ ঠালতে বান্ধি থই। মাখি মৌএ তাৰ সেই ফিস্কাই দি সোমাই বাস লই, আৰু মৌৱেৰে আৰু মৌ আঠাৰে সেই সৰকে বেৰি থই, আৰু মানুহবিলাকে জোগ্য কা- লত্তে সেই মৌ জোল তাৰ পৰা উলিয়াই আনি বজাৰত বেচে। ম.

---

লুভিয়া ধনৱন্তৰ কথা।

কোনো বৰ লোক অগিয়ানি,
সৰহ সহ ভঁৰালে আনি,
সক দেখি ভাবে মন,
এতেক দ্রুব্য কত সামৰিম?
মই নিৰুপাই, কি নো কৰিম?
এনে হৈছিল বৰ চিন্তন।

সেসত বোলে, মন ঠাৱৰি,
ভঁৰাল ভাঙ্গি নতুন কৰি
বহু কালৰ বস্তু থম;
পাচে হে মন, হৰ্সিত হোআ,
খাই বৈ থাকি বিস্রাম পোআ,
এনে কথা মনত কম।

তেতিয়া হলহি স্বৰ্গবানি,
হেৰৈ মহা অগিয়ানি,
মৰন পালেহি তোমাৰ,
আজি ৰাতি প্রানেই জাৰ,
পৰলোকে তোমাক পাৰ
বস্তু সকল হৱ কাৰ?

ধনৰ লোভত জাৰ হই মতি,
এনে হৱ মন্দ গতি,
সুনা প্রভুৰ এই বচন,
জতে আয়ুস ওৰ ন পৰে,
চোৰ পোক আদি খ্যাই ন কৰে,
তত্তে সাঁচি থৱা ধন। I

---

এই অৰুনোদই পত্র মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিস্ট মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈছে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

দুতিয় চোঙা। মোং শিৱসাগৰ, ফেব্রোআৰি ১৮৪৭ খ্রিষ্ট অং শঁক। নম্বৰ ২।

VOL. II. SIBSAGOR, ASAM, FEBRUARY, 1847. NO. 2.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

বিস্ৰাম দিন অৰ্থাত দেওবাৰত বৰ আৱস্যক কাম ন হলে কম্পানিৰ নিমিত্তে ইয়াৰ পাচে কোনো চৰ্কাৰি কাম ন কৰিব, এই আগ্যা গবৰ্নৰ জেনৰল লৰ্ড হাৰ্ডিঞ্জ সাহাবে প্ৰকাস কৰি চলাইচে।

শিৱসাগৰ জিলাত ১৭ ফেব্রোআৰি তাৰিখে শ্ৰী হৰনাথ পৰ্বতিয়া বৰুআ পেঁচকাৰে বোকা খাতৰ শ্ৰী বেথাই সৰ্মাকে ধৰি আনি, আপোন জিএক শ্ৰীমতি কেতেকিক সালংক্ৰিতাকৈ বিয়া দিলে। নিমন্ত্ৰনতে অনেক ভদ্ৰ লোকে বিয়া চাবৰ নিমিত্তে আহিচিল, কিন্তু সেই ৰাতিৰ ন বজাৰ সময়ত অতি সিলা বৃষ্টি হৈ বিয়া দিয়াৰ ঠাই নষ্ট কৰাত ৰভাৰ ভিতৰত বৰ বোকা পানি হলত, চৰা ঘৰৰ ভিতৰ সোমাই জগ্য কৰি বিয়া দিলে।

২২ ফেব্রোআৰি তাৰিখত শিৱসাগৰ জিলাত থকা শ্ৰী নিধি লিৱাইএ খ্ৰিষ্টিয়ান মতৰ দৰে শ্ৰীমতি থকু নামে খ্ৰিষ্টিয়ান এজনি কন্যাক পাদুৰি সাহাবৰ দোআৰাই বিবাহ কৰিলে।

কলিকতা নগৰত ৩০ জানোআৰি ৰাতিত এটা ভুইকঁপ গল। তাৰ পাচে ফেব্রোআৰিৰ ৫ দিনৰ মাজ নিসাত আৰু এটা গল।

ফেব্রোআৰিৰ ৯ তাৰিখে সন্ধিয়া বেলিকা এই জিলাত ভুইকঁপ গল। সেই ৰাতি বাঘ এটাই শিৱসাগৰ পুখুৰি পাৰত আছি সাহাৰ লোকৰ বঙলাৰ ওচৰতে গৰু মাৰিলেহি।

এই বেলি ইংৰাজি দেসত জাৰ ৰতৰতে জাৰ হল। তাতে ১৪ ডিচেম্বৰত লণ্ডন ৰাজ নগৰৰ মাজত জি বিল আৰু পুখুৰি আচে, সকলোৰে ওপৰৰ পানি দুই আঙুলি মান ডাঠ সিল হৈ গল। তাতে মানুহ উঠি অহা জোআ কৰিচিল। হাইড পাৰ্ক নামে এখান ৰাজ বাৰিৰ পুখুৰিত ২০০ মান মানুহ উঠিল; কিন্তু দাঁতিতে পানিৰ সিল পাতল হোআত ভাগিল, আৰু পাঁচোটা মানুহ পানিৰ তল গল; সামত থকাবিলাকে ধৰি আনিলত ৰখ্যা পৰিল। চেন্ত জেমচ পাৰ্ক নামে আন এখান বাৰিৰ পুখুৰিতো অনেক মানুহ উঠিল। তিনি পৰ মান বেলিত এজন ডেকা মানুহে সিল ভাগি তলৈ সোমাই গল; তাক ৰাখিবলৈ আন এটাই গৈ ওচৰ পাই সিও পৰি সোমাই গল। তাকে দেখি আন এজনে জাবলৈ ধৰাত ওচৰ নৌ পাঁওতে সিল ভাগি পৰি তিনিওটা তল গল। পাচে অনেক স্ৰমেৰে মানুহবিলাকে জাল পেলাই তিনিওটাক উলিয়াই আনিলত প্ৰথমে পৰা দুটাৰ উসাস ক্ৰমে ক্ৰমে আহিল, কিন্তু পাচে পৰাটক জিয়াৰ নোআৰিলে। তাৰ পাচ দিনা অতি জাৰত পানি সিল ডাঠ হৈ গল, তাতে ভাগিৰ বুলি ভই ন কৰাকৈ সেই দিনাই ১০,০০০ দহ হেজাৰ মান মানুহ উঠিল। কোনো কোনোএ লোৰ জোঁটা পিন্ধি পিচল খাই বৰ বেগে অহা জোআ কৰি বৰ ৰঙ্গ পালে, কাৰো একো বিঘিনি ন হল। তথাপি নগৰৰ আন ঠাইত এটা ১২ বচৰিয়া লৰা সিল ভাগি পানিৰ তল গৈ মৰিল।

লণ্ডন নগৰত জাৰৰ নিমিত্তে সৰহকৈ নৰিয়া পৰি ডিচেম্বৰ ৬ তাৰিখৰ পৰা সাত দিনৰ ভিতৰত মানুহ ১১৬৩ এঘাৰে স ত্ৰেসষ্টি মৰিল। আন কালত হলে ৭ দিনে ৭ দিনে সেই নগৰৰ ৯৬৮ ন স আঠসষ্টিকৈ মানুহ মৰে।

আয়ৰলণ্ড দেশত বৰ দুৰ্ভিখ্য হোৱাত কোনো কোনো দৰিদ্ৰ লোক খাবলৈ নে পাই মৰে। আৰু সেই দেশৰ কোনো কোনো দুষ্ট মানুহ হিলৈ লৈ ডকাইতৰ দৰে খাপ দি অনেক মানুহক বধ কৰিচে, এই কথা বিলাইতৰ সমাচাৰ পত্ৰবিলাকত লিখিচে।

পৰ্তুগাল দেশৰ জিবিলাক মানুহে মহা ৰানিৰ অহিতে দ্ৰোহ পাতি ৰন কৰিবলৈ ধৰিলে, সিইঁতৰ ২০০০ মানুহে লৈতে ৰানিৰ সেনাই ১৬ নৱেম্বৰত যুধ কৰি ৩০০ মানুহক মাৰিলে। পাচে ২২ ডিচেম্বৰত তৰিচ বেদ্ৰাচ নামে এখান গাঁৱত সিনটো যুধ কৰি মহা ৰানিৰ সেনাবিলাকে জিনিলে; তথাপি সিবিলাকৰ মৰা খুন হোআ ২০০ মান হৈছিল; আৰু ৰাজ দ্ৰোহিবিলাকো বহুত মৰিল।

ইলণ্ড দেশৰ ধৰমি লোকে ৰাজ আগ্যাৰ মতে ধৰম ন চলিলে অনেক দুখ পাই; এই নিমিত্তে দেশ এৰি আমেৰিকালৈ জাবলৈ ১০০০ এহেজাৰ মান মানুহে আলচ কৰিচে। নিবাস কৰ্য্যৰ জুগুত ঠাই বিচাৰিবৰ নিমিত্তে অক্তোবৰ মাহত ৪০ মানুহ জাহাজেৰে গল। পাচে সিইঁতৰ বাত্ৰা পালে সকলো জাব।

১৭ নৱেম্বৰ তাৰিখত গ্ৰিক দেশৰ চালনিকা নগৰত জুই লাগি ৮৬০ ঘৰ পুৰিলে।

ফ্ৰাঞ্চ দেশৰ তুলুচ নগৰত ১০৫ বচৰ বয়সিয়া এজনি তিৰোতা মানুহ ৩ ডিচেম্বৰ তাৰিখত মৰিল।

নৰৱেই দেশৰ দাঁতিৰ সাগৰত ৩৪ হাত দিঘল, মানুহটৰ সমান ডাঙ্গৰ এনে এটা সাগৰৰ সাপ ওলাই মুৰ দাঙ্গি সাতুৰি জাওতে অনেক লোকে দেখিলে, ইয়াকে এটা সম্বাদ পত্ৰত লিখিচে।

মৌজ ফোআ নামে মান দেশৰ ৰাজ মন্ত্ৰিএ দ্ৰোহ কৰি ৰজাক-মাৰি, আপুনি দণ্ড চত্ৰ সিংহাসন ললে।

আমেৰিকাৰ মিল দেশাধিপতিএ খেহ্ দেশৰ ৰজাৰ ঠাইলৈ এজন বৰ কটকিক জাহাজেৰে পঠালে। তেঁওক আৰু তেঁওৰ লগত জোআ-সাহাব লোকবিলাকক মৰ্জদা কৰি কেয়িঙ্গ নামে খেহৰ ৰাজ মন্ত্ৰিএ সিবিলাকক নিমন্ত্ৰন কৰি বৰ খাবা খুআলে। তাতে আমেৰিকাই সৈতে খেহ্ সকলো বহিলত অতি উত্তম পাত্ৰত ক্ৰমে ২৩ বিধ বস্তু খাবলৈ আনি দিলে। ১, প্ৰথমে অনা পাত্ৰত কোনো বিধ চৰাইৰ বাহ্ পগোআ জোল আছিল। ২, দ্বিতিয় পাত্ৰত গাহৰিৰ তেলে সৈতে ভজা আলু। ৩, ত্ৰিতিয় পাত্ৰত গাহৰিৰ খুৰা সিজোআ আছিল। ৪, সিজোআ কাঠ ফুলা। ৫, তৰ্কাৰি কৰা চৰাইৰ বাহ্। ৬, চৰাইৰ ঠেঙ্গ ঠোঁট আদিৰে সিজোআ জোল। ৭, টুকুৰা টুকুৰিকৈ বন্ধা মেকুৰি পোআলিৰ মঙ্গহ। ৮, ভজা বিলাতি আলু। ৯, সৰুকৈ কুটি সিজোআ এন্দুৰৰ মঙ্গহ। ১০, চাহ্। ১১, হাঙ্গৰ মাচৰ পাখি। ১২, ভজা হাঁহ্। ১৩, সিজোআ কুকুৰৰ মঙ্গহ। ১৪, সিজোআ কুকুৰাৰ পোআলি। ১৫, লোনত দি থোআ গাহৰিৰ সিজোআ পিৰা। ১৬, গাহৰিৰ নতুন মঙ্গহ। ১৭, ভজা তিয়হ্। ১৮, চেৰা দি সিজোআ এন্দুৰৰ মঙ্গহ। ১৯, জালৰেখুন মেকুৰিৰ মঙ্গহ। ২০, গাহৰিৰ নতুন আৰু লোনত থোআ মঙ্গহ। ২১, খৰিকা দি ভজা গাহৰি পোআলি এটা। ২২, চেৰা দি বন্ধা কুমজেলুকা। ২৩, জোলকৈ বন্ধা কুমজেলুকা। প্ৰথমে অনা এক দুই পাত্ৰৰ বস্তু সাহাব লোকে অলপ খাই, তাৰ পৰা খাব নোআৰিলে, খেহ্ লোকে আটাইবিলাক খাই ভাল পালে।

খেহ্ দেশৰ পৰা জাহাজেৰে চাহ্ নি ইংলণ্ড দেশৰ মানুহক বচৰি বচৰি ৫,০০,০০০ পাঁচ লাখ মোনতকৈ অধিক চাহ্ বেচে। তলৰ নকচাত খেহ্ মানুহ এজন বহি চাহৰ চন্দুকত হাত দি আউজি আছে।



২১ নৱেম্বৰ তাৰিখে আমেৰিকা দেশৰ নাত্চিচ নামে প্ৰধান নগৰৰ ওচৰত মিচিচিপি নদিত দুখন ভাপ জাহাজ উজুৱা ভটিওৱা কৰোঁতে, খুন্দা লাগি, উজুৱা খন ভাগি ৩০ জেৰ কুৰি মানুহে সৈতে তল গল। কোনো কোনো সাৰিল, কিন্তু ধুঁৱাৰ আধাৰ ভগন হৈ ভাপ ওলাই, সিবিলাকৰো অনেক মানুহক পুৰিছিলে।



আমেৰিকা দেশৰ বষ্টন নগৰৰ ওচৰত আট্লান্টিক নামে প্ৰধান ভাপ জাহাজৰ ধুঁৱা বধা লোহাৰ চঙ্গুক ২৫ নৱেম্বৰত ফাটিলে; পাচে বতাহেৰে জাহাজ নিয়া হৈ ২৭ নৱেম্বৰত বামত লাগি ভোখৰ ভোখৰ হৈ ভাগিল। তাত প্ৰায় ৪৫ মানুহ মৰিল, ৩০ জেৰ কুৰি মান ৰখা পালে। পাচে সাগৰৰ ঢৌত জাহাজ ভাঙ্গি ভাঙ্গি আটাইকে উটাই নিলে।

১ চেপ্তেম্বৰৰ পৰা নৱেম্বৰৰ ১১ দিনলৈকে বষ্টন নগৰত ১,৯০,০০০ মোন পানি সিল আন দেশত বেপাৰ কৰিবৰ নিমিত্তে জাহাজবিলাকত তুলি দিলে।

বল্তিমোৰ নগৰত হিলৈৰ খাৰ বনোৱা ঘৰত কিবা ৰূপে জুই লোগাই ঘৰে সৈতে একে বেলিএ সকলোকে উৰাই নিলে। তাত থকা পাঁচোটা মানুহকো ভোখৰ ভোখৰকৈ উৰাই নিলে। আৰু ভূইকঁপৰ নিচিনাকৈ চাই খন চাৰিও পোনে লৰি গল। ভিতৰত থকা খাৰ ৫৪ মোন পুৰিলে।

মন্তেৰি নগৰ কোঁচ লোআত আমেৰিকাৰ দ্বৰা সেনা শেষ কৰোঁত ১২৪ টা পালে, খুন হল ৩৬৯।

নুফণ্ডলণ্ড মাজুলিৰ চেণ্ট পিএৰ নামে এক গাঁও নষ্ট কৰিবৰ নিমিত্তে কোনো দুষ্ট মানুহে এটা খাৰৰ গোলাত জুই লগোৱাত ৩০।৪০ মান ঘৰ উৰাই নিলে, তাতে দুটা মানুহ মৰিল, আৰু জুই লগোৱাটো মৰিল।

*(From the Upadeshak)*

## ইউৰপৰ কথা।

**Christianity in Europe.**

এই দেশৰ সামান্য লোকবিলাকে ইউৰপ নাম নে জানে; ইউৰপৰ কথা কোআৰ সময়ত সিইতে তাক বিলাইত বোলে; কিন্তু বিলাইত সৱদৰ অৰ্থ দেশ বা পৰদেশ। প্ৰিথিবিৰ মাজত জি জি থল, সেইবিলাক সমুদ্ৰ আদিৰ দোআৰাই চাৰি ভাগ কৰা হৈ; সেই চাৰি ভাগৰ নাম ইউৰপ, আচিয়া, আফ্ৰিকা, আৰু আমেৰিকা। আমি জি হিন্দুস্থান দেশত নিবাস কৰিচোঁ, সেয়ে আচিয়াৰ প্ৰধান দেশ; আৰু ইংলণ্ড নামে ইংৰাজি লোকৰ জনম থান, সেয়ে ইউৰপৰ প্ৰধান দেশ। ইংলণ্ডৰ বাহিৰে ইউৰপৰ আন আন দেশ আচে; তাৰে কথা অতি সংখোপ কৰি লিখোঁ। ইউৰপৰ লোক গিয়ান আৰু মৰ্জদা আৰু ধৰম আচৰনৰ কথাত সকলো মানুহৰ মাজত প্ৰধান; আৰু প্ৰিথিবিৰ অন্য অন্য ঠাইত জি মানুহ, আনতকৈ গিয়ানৱন্ত সভাউৰি আৰু ধৰ্মাচাৰি, সিইত বা সিইতৰ পুৰ্ব পুৰুসবিলাকে প্ৰথমতে ইউৰপৰ পৰা সেই সকলো ঠাইলৈ গমন কৰিছিলে।

ইংৰাজি লোকৰ পৰা জি দেস ইংলণ্ড নামেৰে খিয়াতি হই, সেয়ে প্ৰধান উপদিপৰ দখিন ভাগ; তাৰ জি উত্তৰ ভাগত স্কট লোক থাকে, তাক স্কটলণ্ড বোলে; গোটেই খন দিপৰ নাম গ্ৰেট ব্ৰিটন অৰ্থাত মহা ব্ৰিটন। সেই দিপৰ পচিম ফালে আন এটি দিপ আচে; তাৰ নাম আয়ৰলণ্ড; তাতে আইৰিস্য লোক থাকে। সেই গ্ৰেট ব্ৰিটন আৰু আয়ৰলণ্ড নামে দুখন দিপ আৰু ওচৰতে থকা অনেক সৰু মাজুলি একে ৰাজ্যতে সংগ্ৰহ কৰা হৈ আচে, আৰু প্ৰিথিবিৰ নানা থানত অনেক দেস আৰু মাজুলি সেই ৰাজ্যৰ তলে আচে।

ইংৰাজি দেসৰ প্ৰায় ১,৯০,০০,০০০, স্কটলণ্ড দেসৰ ৩০,০০,০০০, আয়ৰলণ্ড দেসৰ ৮০,০০,০০০, মুঠে ৩,০০,০০,০০০ তিনি কোটি মানুহ আচে। বেহা বেপাৰত আৰু সিল্প কৰমত সিইত অতি নিপুন; কিন্তু তাৰ কথা

এতিয়া মি লিখি কেৱল ধৰমৰ কিচু কথা লিখিম।

এই সকলো লোক খ্রিষ্টিয়ান নামেৰে খিয়াতি হই, কিন্তু সিইতৰ মাজত আইবিস্য লোকৰ অধিক ভাগ বেশ্মান ক্রাংলিক আচে। ইংলণ্ড দেশত থকা প্রধান আৰু অসল্য লোক প্রাই সকলো ৰাজ ধৰম পুৰৰ্ত্তে, অৰ্থাত লৰ্ড বিস্যপ নামে গুৰুবিলাকক মানে; আৰু অধিকাৰবিলাকে সেই পটলৰ সভাবোৰ বিসেস অনুগ্রহ কৰে, আৰু সেই মতৰ মণ্ডলিৰ ৰখ্যক লোকক দৰ্মহা দি থাকে। সেই পটলৰ অনেক উত্তম খ্রিষ্টিয়ান লোক চৰ্চ মিস্যনেৰি চচাৰিটি নামে সুভ বাত্রা প্রচাৰ কৰা এক সমাজ পাতি, সেই দেস আৰু আন দেসতো পাদুৰি লোকক পঠাই সিইতক প্রতিপাল কৰিচে, আৰু এই দেসৰ ক্রিস্নগৰকে আদি কৰি অনেক ঠাইত সিইতৰ এই কাৰ্বাৰত ধৰিচে। কিন্তু এনে ধৰ্মি লোকৰ বাহিৰে ৰাজ ধৰমৰ মণ্ডলিৰ মাজত অন্য অন্য অনেক লোক কেৱল নামেৰেহে খ্রিষ্টিয়ান হৈচে, কিন্তু মনত নতুন জনম পোআ ন হই; সিইতে মানুহে সজা কথা আৰু প্রাৰ্থনা আদি কৰি মানে, আৰু ওপৰ পুৰুসৰ চলি অহা নানা বিতি বেৱহাৰ কৰে, আৰু আপোন আপোন মণ্ডলিৰ মাজত জি দুষ্ট লোক আচে, সেইবিলাকক তিয়াগ নাইবা সাসন ন কৰে।

মেথডিষ্ট নামে অন্য এক পটলৰ অনেক অনেক লোক ইংলণ্ড দেসত পোআ জাই। সিবিলাকে অধিকাৰৰ পৰা ৰখ্যকৰ দৰ্মহা গ্রহন ন কৰে; কিন্তু প্রাৰ্থনা আদি কৰি ধৰমৰ বিতিৰ কোনে কোনো কথাত ৰাজ মতত চলে। তথাপি আন আন কথাত সিইতে আপোনাৰ নিৰুপন কৰা নানা বিধি মানে। পাদুৰি জন উএচ্‌লি নামে এজন উত্তম পাদুৰি লোক সেই মেথডিষ্ট পটলৰ মণ্ডলি থাপন কৰিলে।

জিবিলাকৰ প্রতি মণ্ডলি স্বতন্ত্র, অৰ্থাত পৰাধিন ন হই কেৱল খ্রিষ্টৰ অধিন, সিবিলাকৰ দুই দলে প্রিথক হই। এদলৰ নাম ইণ্ডিপেণ্ডণ্ট অৰ্থাত স্বতন্ত্র; সি দলৰ নাম বাপ্তিষ্ট অৰ্থাত বুৰ দিওঅ। বাপ্তিষ্ট মণ্ডলিৰ লোকে কেৱল বুৰকে ৰুপ বাপ্তিস্ম বুলি স্বিকাৰ কৰে; আৰু লৰাবিলাকক বুৰ পোআৰ জোগ্য পাত্র ন হই, কেৱল মন পালটোআ বিস্বাসি লোক বুৰ পোআৰ জোগ্য হই, ইয়াকে জানে।

স্কট্‌লণ্ড দেসৰ প্রাই সকলো লোক প্রেচ্‌বিতিৰিয়ন মণ্ডলিৰ মতত থাকে। সেই মতৰ বিসেস লখ্যন এই, সিবিলাকে প্রতি মণ্ডলি স্বতন্ত্র ন হই, ওচৰত থকা মণ্ডলিবিলাকৰ এক অংস মাথোন হই, ইয়াকে জানে। তাতে কোনো প্রদেসৰ মণ্ডলি আৰু ধৰমৰ ৰখ্যকবিলাকৰ সম্মতিৰে থিৰ কৰা হই, সেই প্রদেসৰ প্রতি মণ্ডলিএ তাক পালন কৰিব লগা হই। আৰু দেসৰ সকল মণ্ডলিৰ প্রতিনিধি আৰু ৰখ্যকবিলাকে সভা কৰি জিহকে থিৰ কৰে, তাকো প্রতি মণ্ডলিৰ পালনৰ বিধি মানে। কাৰ দোআৰাই কি ৰুপে ৰখ্যকবিলাকক নিজোজন কৰা কৰ্ত্তব্য, এই কথাত কাল ক্রমে বাৰে বাৰে অমিল হোআত প্রেচ্‌বিতিৰিয়ান লোকে অনেক ভাগে বেলেগ হৈ আচে। সিবিলাকৰ মাজত জি ভাগ ফ্রি চৰ্চ বোলে, সেয়ে দেসত আৰু উদ্যোগত বিসেস মণ্ডলি হই।

গ্রেট বৃটন দেসৰ খ্রিষ্টিয়ান মানুহ ওপৰৰ কোআ চাৰি পাঁচ দল লৈ প্রবৰ্ত্তি আচে। আৰু সিবিলাকৰ মাজত অনেক মানুহ জাতিৰ পৰম হিতৰ অৰ্থে নানা সমাজ থাপন কৰে; সেই সমাজৰ দোআৰাই প্রভু যিচু খ্রিষ্টৰ সুভ বাত্রা সকলো প্রিথিবিত বিয়াপি গৈচে। অকল ধৰম পুথি দিয়াৰ নিমিত্তে এটা বৰ সমাজ ১৮০৪ ইং সকত থাপন কৰা হল, তাৰ দোআৰাই জোআ বিয়ালিচ বচৰত ১,৮০,০০,০০০ অতৰ নিচুত মান ধৰম পুথি অনেক দেসৰ মানুহৰ মাজত বিক্রই আৰু দান কৰিলে। সেই প্রকাৰ অনেক সৰু সৰু সমাজো আচে।

ওপৰত কোআ প্রত্যেক দলৰ লোকে বিদেসত সুভ বাত্রা প্রচাৰ কৰিবলৈ এটা বা দুই তিনি সমাজ কৰে; সেই সকলৰ বিসেস কথা লিখিবলৈ আজৰি নাই। এই সমাজ সকলৰ কাৰ্বাৰ বিফল ন হই, তাৰ এটা প্রমান এই হিন্দুস্থান দেস।

গ্রেট বৃটন ৰাজ্যৰ সকল সমজিয় জি জি দেস আচে, সেই সকল দেসৰ প্রজাবিলাকে বিধিমতে ৰুপে আপোন আপোন ইচ্চাৰ মতে

ইশ্বৰৰ সেৱা কৰিব পাৰে, নাইবা কোনোএ ৰজি ধৰমৰ কথাত বাধা কৰে, তেও অধিকাৰবিলাকে এনে বাধা কৰিবৰ সমৰ্থ নাই; এই হেতুকে সেই ৰাজ্যতে অনেক বিধ ধৰমৰ মত ওলাই প্ৰকাস হৈছে, এই দুখৰ কাৰন হই; তথাপি সেই কাৰনে সত্য ধৰমৰ বৃধিও উচিত ৰুপে হৈছে; আৰু পইৰে জেনে এন্ধাৰক নাস কৰে, এই ৰুপে সত্যে ক্ৰমে ক্ৰমে ভ্ৰান্তিক নাস কৰিব, পাচে জি মতৰ জি ভ্ৰান্তি আছে, তাৰ সেই ভুল প্ৰকাস হৈ ওলাই ক্ৰমে ক্ৰমে সুধ কৰা জাব, এনে আসা আছে। গ্ৰেট বৃটন দেসৰ জিমান ধৰমি লোক আছে, সেইমান ধৰমি লোক ইউৰপৰ আন কোনো দেসত নাই; আৰু সিবিলাকে সদাই ধৰম বৰ্ঢ়াবৰ নিমিত্তে জিমান জতন আৰু খৰচ কৰে, সেইমান জতন আৰু খৰচ আন কোনো দেসৰ লোকে কৰা নাই। অন্য অন্য দেসতো ধৰমি লোক আছে, কিন্তু সিবিলাকৰ ধন অলপ, আৰু অনিয়াই আদি কেলেস অধিক, এই নিমিত্তে ইমান স্ৰম আৰু ব্যই কৰিব নোআৰে

ইয়াতে কেৱল ইউৰপৰ কথা লিখিবলৈ আমাৰ প্ৰয়োজন আছে, তথাপি ইউৰপৰ পৰা অতি দুৰ হৈ থকা আমেৰিকাৰ জি স্বতন্ত্ৰ মিল দেস আছে, তাৰ দুই এক কথা কঁও। আগেএ সেই দেস গ্ৰেট বৃটনৰ তল আছিল, সত্তৰি বচৰৰ পৰা এতিয়া স্বতন্ত্ৰ হৈ বাৰ্হি বাৰ্হি আছে, আৰু তাত থকা মানুহবিলাক এতিয়া প্ৰায়ে ২,০০,০০,০০০ দুই কোটি হৈছে। সেই দেসৰ অধিকাৰবিলাকে ধৰমৰ কোনো মত বিসেস অনুগ্ৰহ কৰি নে ৰাখে, আৰু মণ্ডলিৰ ৰখ্যকবিলাককো দৰ্মহা নি দিএ, তথাপি ধৰমৰ কথাত সেই দেসৰ লোকে জি জতন, স্ৰম, খৰচ, তাৰে ইংলণ্ড আৰু স্কটলণ্ড দেসিবিলাকৰ তুল্য হই। সেই দেসতো প্ৰতি জন মানুহে বিবিধিনি ৰুপে আপোন আপোন ইচাৰ দৰে ইশ্বৰৰ সেৱা কৰিব পাৰে। আৰু গ্ৰেট বৃটন দেসৰ জি জি অনেক ধৰমৰ মত, প্ৰাই সকলোএ আমেৰিকা মিল দেসতো আছে; আৰু সেই সকল মতৰ লোকবিলাকে আপোন আপোন ধৰমৰ সমাজ থাপনা কৰিছে।



# ৰেগুলচ আৰু তিঁইৰ মৰন।

**Death of Regulus.**

দুই হেজাৰতকৈ অধিক বচৰৰ আগেএ ৰেগুলচ নামে ৰোমিয়া দেসৰ এজন প্ৰধান সেনাপতি আছিল। সেই ৰেগুলচে অনেক ফৌজেৰে সৈতে আফ্ৰিকা দেসৰ কাৰ্থেজ নগৰত ৰন কৰি জিকি নষ্ট কৰিবৰ মনেৰে গৈছিলে; কিন্তু তাত নি পৰাজই হল, আৰু সেই ৰেগুলচকে ধৰি, চাৰি বচৰলৈকে তাক পোতাসালত সুমুআই বন্দিকৈ ৰাখিলে। পাচত ৰোম নগৰে সৈতে মিল হবলৈ কাৰ্থেজ নগৰৰ প্ৰধান মানুহ জন চাৰেকে আলচ কৰাত, সেই বন্দিকৈ থোআ ৰেগুলচকো সিইতৰ লগত নিব খুজিলে, কিয়নো সি সেই নগৰৰ মানুহ আৰু ৰোমিয়াইতে তাক বৰ মৰ্জদা কৰে দেখি, সি জি কই তাকে সিইতে সুনি মানিব জেন বুজিছিল। জদি দুয়ো নগৰ মিল ন হই তেন্তে ৰেগুলচ আকও সিইতৰ লগত উভতি আহিবলৈ কাৰ্থেজৰ পৰা নৌ জাঁওতেই তাক অঙ্গিকাৰ কৰালে।

জেতিয়া ৰেগুলচ সিইতে সৈতে গৈ ৰোম নগৰৰ ওচৰ পালে তেতিয়া ৰকলো মানুহে তাক আকও দেখা পোআত বৰ আনন্দ হৈছিল, কিন্তু সি আপুনি এনে নিষেধ কৰিলে, ৰোমে নগৰত সোমাবলৈ আৰু মোৰ আপোনাৰ সৰা তিৰোতা চাৱলৈকো নে জাঁও কিয়নো সি স্বতন্ত্ৰ ন হই বন্দিয়াৰ হৈ আছিল, সেই কাৰনে সি বৰ চৰম পালে।

ৰোমিয়াবিলাকে ৰজ কৰি আমনি লাগিল দেখি আৰু ৰেগুলচ জেন মুকলি হব, সেই কাৰনে মিল হবৰ কথা সুনিলত বৰ আনন্দ পালে, আৰু

ৰেগুলচে সেই কথাহে কি ভাবিছিল তাক সুধিলে। কিন্তু সি নি মিলিবলৈ বুধি দিলে, আৰু কলে বোলে বনৈকে থাকিলে অলপ দিনৰ মূৰত কার্থেজ অৱশ্যে পৰাজই হব। তাৰ এই উত্তৰ সুনি আটাই মানুহবোৰে বৰ বিস্মই মানিলে। কিন্তু সি বোলে মই পুনি পোত্তাসালত বন্দি হৈ থাকিব পাৰোঁ, তথাপি ৰোমিয়া নগৰ জই নো হোআকৈ থাকিলে মই সহিব নোআৰোঁ। ৰেগুলচে এনে বুধি দিয়াত কার্থেজ নগৰিয়াবিলাকে বৰ খঙ কৰি অনেক দুখ দিব বুলি ৰোমিবিলাকে জানিলে, সেই নিমিত্তে সি উভতি নে জাবলৈ সকলো মানুহবোৰে তাক ৰাখিবলৈ বৰকৈ ধৰিলে, কিন্তু সি কান নে পাতি উভতি গল। জেতিয়া কার্থেজ নগৰ পালে তাৰ চকুৰ পিৰ্কটি কাটি সূৰ্জলৈ চাই থাকিবলৈ আগ্যা কৰিলে, আৰু অনেক দুখ দিলে, পাচত এটা পিপাত তাক সুমাই বৰ গজাল পিপাৰ বাজৰ পৰা তাৰ গাত কোবাই সুমুআই দিলে, আৰু তাতে ৰেগুলচ মৰিল। সেই কথাৰ নকচা উপৰত লিখা আছে।

সেই কথা হোআ দুই স বচৰ মানৰ পাচত আমাৰ প্ৰভু য়িচু খ্ৰিষ্ট স্বৰ্গৰ পৰা নামি অৱতাৰ ধৰিলে। তেঁৱে তেত্ৰিচ বচৰ এই প্ৰিথিবিত আছিল, তথাপি কোনো লোককো এক চেকনিৰ কোব নে মাৰিলে, আৰু খঙেৰে এক কথা কাকো ন কলে। তেঁও মানুহবিলাকত কলে "তোমোলাকৰ সত্ৰুবিলাকক চেনেহ কৰা; জিবিলাকে তোমোলাকক সাপ দিএ সিবিলাকক তোমোলাকে আসির্বাদ কৰা; জিবিলাকে তোমোলাকক ঘিনাই, সেইবিলাকৰ তোমোলাকে ভাল চিন্তা, জিবিলাকে তোমোলাকক গালি পাৰে আৰু খিয়াল কৰি খেদে, তোমোলাকে সিবিলাকৰ কাৰনে প্ৰার্থনা কৰা।" তেঁৱে ফুৰি ফুৰি সকল মানুহলৈ ভাল কৰম কৰিলে; নৰিয়াবিলাকক বস্ত কৰিলে, কনাবিলাকক চকু দিলে, কলাবিলাকক কান দিলে আৰু মৰাবিলাকক তুলি জিয়ালে। তেঁও কেতিয়াও পাপৰ কৰম কৰা নাই, পাপৰ কথা কোআ নাই, একো বেয়া ভাবনা চিন্তা নাই, তেঁওকহে দুষ্ট মানুহবোৰে ধৰি কোবালে, থুই পেলালে আৰু অনেক দুখ দি হাতত আৰু ভৰিত গজাল মাৰি কাঠৰ পেৰেজনিত তুলি তেঁওক মাৰিলে।

এই দুই কথা আমি চিন্তা কৰি চাঁও; ৰেগুলচে আপোন মিত্তিৰবিলাকৰ নিমিত্তে মৰিলে, য়িচু খ্ৰিষ্টে সত্ৰুবিলাকৰ নিমিত্তে প্ৰান এৰিলে। ৰেগুলচ পাপি মানুহ আছিল, কিন্তু য়িচু খ্ৰিষ্টে নিষ্পাপি, কেতিয়াও পাপ কৰা নাই। ৰেগুলচে ৰোমি নগৰৰ মহিমাৰ নিমিত্তে প্ৰান এৰিলে; খ্ৰিষ্টে পৰম ইশ্বৰৰ মহিমাৰ নিমিত্তে প্ৰান ত্যগন কৰিলে। ৰোম নগৰ কার্থেজিয়াবিলাকৰ বন্দি ন হবলৈ ৰেগুলচে প্ৰান ভেঁটি দিলে, কিন্তু আমি সকল পাপ আৰু মৰনৰ বন্দি হৈ নে থাকিবলৈ য়িচু খ্ৰিষ্টে প্ৰান এৰি দিলে। ৰেগুলচে ৰোম নগৰ উধাৰ পাবৰ নিমিত্তে মৰিল, কিন্তু প্ৰভু য়িচু খ্ৰিষ্টে প্ৰিথিবিৰ সকল মানুহক নৰকৰ পৰা উধাৰ কৰিবলৈ প্ৰান এৰিলে। আমি এতিয়া জিমান সুখ পাঁও ৰেগুলচ ন মৰা হলে আমালৈ ইমান ভাল হলহেঁতেন। কিন্তু আমাৰ প্ৰভু য়িচু খ্ৰিষ্টে প্ৰান এৰি প্ৰাচিত্ত দান নি দিয়া হলে আমি এন্ধাৰত থাকিলোঁহেঁতেন, আৰু নৰকৰ পৰা উধাৰ পাবলৈ একো উপাই নে পালোহেঁতেন। আৰু জদি খ্ৰিষ্টে আমালৈ ইমান দায়া মৰম কৰিলে, আমি তেঁওক প্ৰেম কৰি তেঁওৰ আগ্যাবোৰ নে মানিম নে? জদি তেঁওৰ আগ্যা পালন কৰিবলৈ মন থাকে তেন্তে তেঁওৰ ধৰম সাস্ত্ৰ পঢ়িব লাগে আৰু সদাই তেঁওলৈ ধন্যবাদ কৰি প্ৰার্থনা কৰিব লাগে। জি কোনোএ সেই প্ৰভু য়িচু খ্ৰিষ্টক দিঢ়কৈ বিশ্বাস কৰে তাৰ পাপ খেমা হৈ অনন্ত পৰমআয়ুস পাব। §

---

## গিয়ান।

On Wisdom.

গিয়ান সম্বন্ধে এক অমূল্য বস্তু আছে বুলি জগতৰ সকলো লোকে জানে, আৰু কোনো কোনোএ তেনে গিয়ানতে মগ্ন হৈ আছে। কিয়নো পূৰ্বতে সৃজন কর্তা জনে আপোন সর্বগিয়ানৰ দোআৰাই জাক জি গিয়ান লাগে তাকে সেইৰূপ দিলে। অর্থাত মানুহ, জন্তু আৰু আকাসত উৰি



এই নকচাত এজন খেহ মানুহে এখন বৰ নাৱত বহু তৰাই পাল তৰি গুৰি টিমত বহি আচে। এক হাতেৰে পালৰ জৰি সিখন হাতেৰে গুৰি বঠা ধৰি, আৰ এক তৰিৰে আন এখন বঠা বাই নাও চলাইচে, মুখতো চিলিম হুপি আচে।

---

ফুৰা চৰাই এই সকলোকে বিধ বিধকৈ আপোন আপোন গিয়ান দি থলে; কিন্তু সকলোৰে সম গিয়ান ন হই। জন্তু আদি চৰাইবোৰক কেৱল খাবলৈ, পিবলৈ আৰু ভই মুক্ত হলে পলাই সাৰিবলৈ ইশ্বৰে গিয়ান দিলে, তাত বাহিৰে আন বুধি নাই। মানুহক তাতকৈও অতি উত্তম আৰু ওপৰত কো আৰ দৰে অমূল্য গিয়ান দিলে, জেন মনুস্যৰ দোআৰাই ইস্বৰৰ মহিমাপ্রকাস হই, অৰ্থাত পৰম আত্মা আৰু দোসাদোস গিয়ানৰ দোআৰাই ইশ্বৰে জি গিয়ান মানুহক দিলে। তাৰে জেন ইহকালৰ আৰু পৰকালৰ কৰম সম্পূৰ্ন ৰূপে কৰিব পাৰে এই কাৰনে সকলো বস্তুতকৈ মানুহক শ্রেষ্টকৈ সৃজিলে।

মানুহত বাহিৰে আন জিবোৰ সৃজন বস্তু আচে সেইবিলাকৰ জি গিয়ান সেই গিয়ানেৰে আৰু গিয়ান বৰ্হাব নোআৰে। তথাপি মানুহৰ গিয়ান হলে অনেক ৰূপে বৰ্হাব পাৰে, কিয়নো সক কালৰে পৰা ক্রমে ক্রমে মানুহৰ গিয়ান বুধি বাৰ্হি থাকে, আৰু জদি কোনো মানুহে বিদ্যা সিকে তেতিয়া সেই মানুহৰ আনতকৈ দহ গুনে বুধি বাৰ্হে।

কোনোএ কই আদিতে ইশ্বৰে জি গিয়ান আমাক দিলে তাৰ পৰা আমি কেনেকৈ নতুন গিয়ান বৰ্হাম, তেন্তে মই সোধোঁ, তুমি জেতিয়া মাত্রিৰ গৰ্ভৰ পৰা জনম পাইচিলা, তেতিয়া তোমাৰ জি গিয়ান আচিল এতিয়া তুমি তাহৰ হোআত সেই গিয়ানেই আচে নে? কিয়নো ইশ্বৰে লৰা কালতে তোমাক গিয়ান দিলে, জদি তোমাৰ কথা স্বৰূপ হই তেনে লৰা কালৰে গিয়ান এতিয়াও আচে; জদিহে সক কালৰ গিয়ান বুধিতকৈ এতিয়া তোমাৰ গিয়ান বাৰ্হিল তেন্তে তুমি ওপৰে কোআ কথা কৰৰ সক্তি নাই; কিয়নো আমি আগতে দেখিচোঁ আৰু জানিচোঁ, লৰা কালত জি বুধি বা বিদ্যা জানে বৰ হলে তাতকৈও অধিক বুধি বাৰ্হে।

আমাৰ এই দেসৰ মানুহৰ আগত গিয়ান আৰু তাকে বৰ্হোআৰ কথা কলে হাঁহি কই, আমাৰ আগত কি গিয়ানৰ কথাকৈচ, আমাৰ জানো গিয়ান নাই। কিন্তু জিবিলাক মানুহ বুধিমন্ত সিবিলাকে জি জি গিয়ানৰ কথা সুনে তাক উপলব্ধ্যা ন কৰে; কেৱল বিচাৰ পৰ কৰি তাকে ভাল দেখিলে, অতি সুমে সিকে; বিসেসকৈ ইংৰাজি আৰু আমেৰিকাৰ লোকবিলাকলৈ মন কৰিলে জানিব পাৰে, কিয়নো সিবিলাকৰ পুৰুসানুক্রমে পৰা এনে গিয়ান বুধি আচিল, সেয়ে ন হই, কিন্তু আগৰ কালৰ ইংৰাজি মানুহ অস-

মিয়াভকৈও নিৰ্বুধি আচিল, তথাপি সিবিলাক এতিয়া অতিসই বুধিমন্ত আৰু সকলো কৰমতে নিপুন, আৰু বলে সক্তিএ পৰাক্ৰমি হৈ আচে। বোলা জদি কেনেকৈ ইমান গিয়ানি হল, তাৰ কঁও সুনা, সিবিলাকে তোমোলাকৰ নিচিনা আমাৰ কি গিয়ান লাগিচে বুলি উপলব্ধ্যা ন কৰিলে, কিন্তু জত্তে জি জি বুধি গিয়ান দেখে আৰু সুনে তাকে পাবৰ নিমিত্তে বৰ খেদ কৰি তাকে নে পাই মানে ৰাত্তিএ দিনে জতন কৰি অভ্যাস কৰে। জেনেকৈ কোনো সাহাবে এজোপা গচৰ তলত বহি তাৰ গুটি তললৈ পৰিবৰ দেখি ভাবি চিন্তি কি নিমিত্তে ওপৰলৈ বা আন ফাললৈ নগৈ গুটি মাটিত পৰিল, তাকে ভালকৈ জানিলে, আৰু সেই অলপ কথাতে সূৰ্জ, চন্দ্ৰ নখেত্ৰ প্ৰিথিৱি আদি কৰি কি ৰূপে আলাসত ফুৰি থাকে তাকো জানিলে। সেই ৰূপে আৰু এজন সাহাবে গচত আখৰ খোঁলোতে পাচে ক্ৰমে মনৰ উত্সাহ বাৰ্হি চাপাখানা কৰিব পাৰিম বুলি কাৰ্বাৰ কৰাত তাৰ ইচা সিধি হল। ইংৰাজি আৰু আমেৰিকা মানুহৰ গিয়ান হোআৰ কথা এতিয়া মই সৱহকৈ ন কঁও, তেও এই দুটা কথা মাথোন গমি চোআইক; মোৰ মনে জানিচোঁ পাচে কোআ চাপাখানাৰ বুধিৰ সমান জগতৰ ভিত্তৰত এনে উত্তম বুধি আৰু নাই, কিয়নো এই কৰম হোআতে প্ৰাই প্ৰিথিবিৰ সকলো মানুহৰ উপকাৰ হৈচে।

এই নিমিত্তে হে অসম দেসৰ সকলো লোক ভদ্ৰ হওক বা সামান্য হওক তোমোলাকত মই এই মিনতি কৰিচোঁ, তোমোলাকৰ এই মানৱি জনম পাই হেলাতে নিৰ্বুধি হৈ নু গুচাবা, কিন্তু আপোন নিজ গিয়ানৰ দোআৰাই ইহকালৰ আৰু পৰকালৰ সকলো কৰমকে সমপূৰ্নকৈ কৰিবলৈ উপাই কৰা। বোলা জদি আমি কি ৰূপে কৰিম? তেন্তে কঁও সুনা, তোমোলাকৰ সত্তি সন্তানবোৰক অতি যত্নে বিদ্যা সিকাবা আৰু আপুনিও জতনেৰে ন নকৈ বুধি সিকা আৰু ইস্বৰে জি আমাক দোসাদোস গিয়ান দি, পাপ পুন্য জনাইচে, সেই ৰূপে তোমোলাকে সদ আচাৰ প্ৰবৰ্ত্তন কৰা হেহে তোমোলাকৰ দুয়ো কালৰ লাভ হৈ দাই আনন্দে থাকিবা। কিন্তু জদি অৱহেলা কৰি এই সুবৰ্নমই কাল মিচাতে চুকুআ তেন্তে ইস্বৰৰ মহা ক্ৰোধৰ ভিত্তৰ হবা, কিয়নো আমি ইস্বৰৰ অমুল্য গিয়ান পাই জদি লুকাই থওঁ তাতে ইস্বৰে খংহে কৰে, আৰু আমাৰো গিয়ান লুপ্ত হলে কেৱল গৰু পছুৰ নিচিনা অগিয়ানি হম। এই নিমিত্তে আঁহা সকলোএ ভাল কৰমত মন দি আপোনাৰ সুভলৈ কাৰ্বাৰ কৰোঁহক, তেহে আমাৰ অসম দেস ভাল হৈ আন দেসৰ আগত প্ৰসংসনিয় হব, তাতে আমাৰ আৰু সন্তানবোৰবো অনেক ৰূপ উপকাৰ হৈ গিয়ান ব্ৰিধি হব।

সকলোকে একে বাৰে কৰোঁ নমস্কাৰ,
সুনি মোৰ এই প্ৰিয় বানি গিয়ান কৰা ধাৰ;
জাকে বোলে গিয়ান অতি অম্রিত সমান
ৰাক্ষিও গলত তাক কৰি উপাৰ্জ্জন,

গিয়ান পালে মানুহৰ ন হব দুৰ্গতি,
অল্প অল্প কৰি তাৰ বাৰ্হিব সম্প্ৰতি;
গিয়ান জেৰে ব্ৰিধি হব বাৰ্হিবগৈ আসা
সবেও তাহাক সদা কৰিব প্ৰসংসা। ন. ল.



এই অৰুনোদই পত্ৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১৷৷ চ মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

দুতিয় চোখা। মো° সিৱসাগৰ, মাৰ্চ ১৮৪৭ খ্ৰিষ্ট অ° সঁক। নম্বৰ ৩।

VOL. II. SIBSAGOR, ASAM, MARCH, 1847. NO. 3.

## অনেক দেসৰ সম্বাদ।

General Intelligence

এই মাহৰ ৩১ তাৰিখৰ ৰাতিৰ মধ্য নিসাৰ পাচে অৰ্থাত এপ্ৰিল মাহৰ প্ৰথম দিনৰ ২ ॥ ঘণ্টা ৰজাৰ সমইত চন্দ্ৰৰ গ্ৰহন লাগিব। গ্ৰহনৰ মাজ ৩ ৵ ৰজাত হব। ৰাতি নৌ পুৱাওতে ৫ ৰজাত গ্ৰহন এৰিব।

এপ্ৰিল মাহৰ ১৫ তাৰিখত ১০ ঘণ্টা ৰজাৰ সমইত সুৰ্জৰে প্ৰিথিবিৰে মাজে দি চন্দ্ৰ জোআত সুৰ্জৰ গ্ৰহন লাগিব। দুপৰৰ ৪৫ মিনিতৰ পাচে গ্ৰহনৰ মাজ হৈ নুহলগু উপদিপত সৰ্বগ্ৰাহ হব। তথাপি গ্ৰাহ ন হই; চন্দ্ৰেহে সুৰ্জক ঢাকে। এই অসম দেস উত্তৰ হোআত আমাৰে সুৰ্জৰে মাজত চন্দ্ৰ নে জাব; তাৰ পথ আমাৰ দখিন হোআ হেতুকে গ্ৰহন নে দেখিব।

খৰাধৰা মৌজাৰ কুমাৰ গাঁৱত থকা দেহিৰাম ভায়েক মালভোগ নামেৰে সৰা এটা বৰ্তমান মাহৰ ১৬ তাৰিখে পানিত পৰি মৰিল।

মোকাম সিৱসাগৰৰ উজনি মেটেকা মৌজাত এই মাহৰ ২০ তাৰিখে কোনো এঠাইৰ নাওগাঁও ন জনা মানুহ এজনে দিখৌ নৈ পাৰ হওঁতে পানিত পৰি মৰিল।

ডিবুৰুগৰৰ জিলাৰ পৰা আমালৈ এখান পত্ৰ লিখি এই কথা জনাইচে। মটকৰ মিৃত মাতিবৰ বৰ সেনাপতিৰ মধ্যম পুত্ৰেক ভগিৰথ মাজিও গোহাই বৰ সেনাপতি সদৰ আমিন কাম লৈ সৰহ দিন কৰিবলৈ ন হল; এনেতে তেঁওৰ বাপেক বৰ সেনাপতি জি ৰোগত মিৃত্যু হল সেই ৰোগেই ককাশ্ৰিত পিত হৈ খাব নোৱৰা, জি খাই সিও জিন নো জোআ, পিতে খুন্দা মাৰি ধৰে, এনে ৰোগ হৈ এই মাঘ মাহৰ ২৭ তাৰিখে খ্ৰিষ্টমাসৰ দিনা ৰাতি ২ পৰ জাঁওতে মাজিও গোহাই মিৃত্যু হল। কিন্তু মিৃয়মান কালে তেঁওৰ বৰ গিয়ান থাচিল, গুৰুকো অনাই সবাইৰে দখিনা কৰি জিবোৰ মানুহ তেঁওক চাবৰ মনেৰে গৈ আচিলে, সেইবোৰকো চাই সমাদৰ কৰিহে মৰিল। তাৰ পাচে তেঁওৰ সপৰিবাৰকে মৰা স বাপেকৰ বিতিৰে দাহ কৰি মৈদামৰ দৰে ওখ ভেঁটি কৰিলে; বিধি মতে পহু মাচ আদি কৰি খাদ্য দ্ৰুব্য মৰ্জদাৰ কাপৰকো কৰি ভালেমান দ্ৰুব্য গোটাই ২৯ ফাগুন তাৰিখে সুকুৰ বাৰৰ দিনা ৰাতি দিনকৈ বৰ সৰাহ কৰিলে। দেস দস্তুৰ বিধি মতে কৰম কাজ কৰিলে।

ডিবুৰুগৰৰ সেই পত্ৰতো লিখিচে, ফেব্ৰুআৰি মাহৰ ১২ তাৰিখে বেলা দুপৰ ৰজাত এজনি সগৰ্ভা চাগলি প্ৰসও হৈ এচকুআ চাৰি খন কানেৰে এটা চাগলিৰ পোআলি উপজিলে, তাকে জিলাৰ আটাই লোকে চালেগৈ; ২।৩ ঘণ্টা মান থাকি মৰিল। চকুটো কপালত দেখিবলৈ হলে কন্ধৰ নিচিনা।

মাৰ্চ মাহৰ ১৪ তাৰিখে ৰাতি বৰ বিৃষ্টি আৰু বতাহ হৈ চাকিন বামুনি সুঁতিৰ দাখৰা গাঁৱৰ মিৰি এঘৰত বজ্ৰুপাত পৰি এটা গাহৰি মৰিল, তাৰো ঘৰৰ খুঁটাত বজ্ৰুপাতৰ জুই লাগি ঘৰ পুৰিলে, তাৰ ভালেমান দ্ৰুব্য নষ্ট হল।

পঞ্জাৰি দেসৰ পৰা জি ২৫২ বৰ টোপ কম্পানিৰ লোকে ৰনত কাঢ়ি ললে, সেইবোৰক গৱৰ্নৰ জেনেৰল লৰ্ড সাহাবৰ আগ্যাৰে কলিকতা নগৰলৈ আনিলে। বৰ্তমান মাহৰ ৩ তাৰিখে সেই নগৰ পালে। তাতে জয়ৰ নিমিত্তে জি এখন

ৰৰ দুআৰ সাজিচিল, তাৰ তলত তিনি হাতিৰে টানি অনা কতি জঙ্গ নামেৰে অতি ডাঙ্গৰ বৰ টোপ ইয়াকে আদি কৰি সকলোকে নগৰৰ কোঁঠলৈ সুমাই দিলে। দুআৰৰ তলে জাঁওতে এপৰ বেলি লাগিল, টোপ হাতি এইমান সৰহ হৈচিল। সাহাৰ লোক আদি কৰি নগৰৰ জি মানুহ চাবলৈ ওলাল, সিবিলাকৰ সংখ্যা এক লাখ মান হৈচিল। পঞ্জাব দেসৰ পৰা অনাত ২,৫০,০০০ আৰ্হৈ লাখ টকা খৰচ।

ফেব্ৰুআৰি মাহৰ ১৩ তাৰিখত অজোধ্যাৰ ৰজা লখ্নৌ নগৰত লোকান্তৰ হল। পাচ দিন তেঁওৰ বৰ পুত্ৰেকক তাত থকা কৰ্নল বিচ্মণ্ড বৰ সাহাবে দণ্ড চত্ৰ দি ৰজা পাতিলে।

স্কটলণ্ড দেসৰ মানুহবিলাকৰ বৰ দুৰ্ভিখ্যা হোআ হেতুকে কলিকতা নগৰত থকা সাহাৰ লোক আদি ৫ মাৰ্চ তাৰিখত গোট খাই সেই স্কটলণ্ড মানুহৰ উপকাৰৰ নিমিত্তে চান্দা কৰি ১৫,০০০ পোন্ধৰ হেজাৰ টকা পালে; পাচ দিনা আৰু ১০,০০০ দহ হেজাৰ পালে; ৬ দিনৰ ভিতৰত মুঠে ৩৫,০০০ পঞ্চত্ৰিচ হেজাৰ টকা পাই, তাৰ ৩০,০০০ ত্ৰিচ হেজাৰ টকা এতিয়া জোআ ভাপ জাহাজে দি পঠাই দিলে।

দুৰ্ভিখ্যৰ কাৰনে আয়ৰলণ্ড দেসৰ বহু মানুহ মৰিচে। কোনো কোনো বাটত জাঁওতে পৰি মৰে, কোনো কোনোএ কাম কৰোঁতে, কোনো কোনো ঘৰত সোমাই সুই থাকোঁতে মৰে। কোনো পত্ৰত লিখিচে, কজ নামে এখান গাঁৱত ৭ দিনত ২৭ মানুহ মৰিল। স্কিবৰিন গাঁৱৰ দৰিদ্ৰ লোকক আলহি পোহা ঘৰত এমাহৰ ভিতৰত ১৪০ মানুহ মৰিল; কোনো দিনত ৮ টা তাতে মৰে। কিলমোৰ গাঁৱত একে দিনত ১৪ টা মৰিলে। ৰক্কমন জিলাত এটা বুঢ়া মানুহে মেৰ চাগলি খাবৰ নিমিত্তে চোৰ কৰাত বিচাৰ পতিএ তাক ৭ বচৰলৈকে দেসান্তৰ কৰিবলৈ দণ্ড আগ্যা দিলে; কিন্তু সেই আগ্যাৰ পোআৰ পাচে সি এক ঘৰি মাখোন জিয়াই থাকি, লঘোনৰ দোআৰাই তাতে পৰি মৰিল।

আয়ৰলণ্ড আৰু স্কটলণ্ড দেসৰ দুৰ্ভিখ্যৰ নিমিত্তে শ্ৰীশ্ৰী মতি মহা ৰানি ২০,০০০ হেজাৰ, আৰু মহা মহিম শ্ৰীশ্ৰী প্ৰিঞ্চাল্‌বৰ্ত তেঁৱো ৫,০০০ হেজাৰ টকা দান কৰিলে।

আমেৰিকা দেসৰ পৰা অহা বেপাৰি জাহাজবোৰ ৪ দিনৰ ভিতৰত লিবৰপুল নগৰলৈ এই এই খোআ বস্তুবিলাক আনিলে; পিঠা গুৰি ৩৫,৯০০ পিপা; গোম ধান ৫৪,০০০ মোন; ঘেঁহু ধান ১৬,৫০০ মোন; লেচেৰা মাহ ১১,১০.০ মোন; পনিৰ ৩,২০০ চন্দুক; তাৰ পৰা লোনত ৰখা মঙ্গহ, মটৰ মাহ আদি কৰি অনেক বস্তু আনি বেচিলে। আয়ৰলণ্ড দেসৰ দুৰ্ভিখ্যৰ নিমিত্তে এই ৰূপে জাহাজবোৰে খোআ বস্তু আনি আনি থাকে।

আয়ৰলণ্ড দেসৰ কেচলবাৰ নগৰৰ পৰা পত্ৰত লিখিচে, দু মাহৰ ভিতৰত সেই নগৰৰ ওচৰত ৩১ মানুহ খোআ বস্তু নে পাই লঘনে মৰিচে।

ইংলণ্ড দেসৰ মেলকচাম গাঁৱৰ জৰ্জ হাৰ্দিঙ্গ নামেৰে ১০১ বচৰ বয়সিয়া মানুহ ডিচেম্বৰ ১৪ তাৰিখত মৰিল।

ইংলণ্ডৰ ব্ৰিষ্টল নগৰৰ ওচৰত থকা এখান গাঁৱৰ মানুহে আপোনাৰ তিৰোতাই সৈতে দন্দ্ লাগি তাইক গঁতা মাৰি মাটিত পেলাই দিলে, আৰু পিয়াহ খোআ আপোনাৰ সৰু জিএকক হাতে ধৰি দুই তিনি বেলি আলি বাটৰ ইফাল সিফাললৈ পাৰলৈ দলিয়াই পেলালে, পাচে ভৰিৰে মুৰত লাথি মাৰি তাইক বধ কৰিলে।

ৰোম নগৰৰ পৰা ১২ ডিচেম্বৰত লিখা এখান পত্ৰত কৈচে, বৰ বৰষুন হৈ তিবৰ নদি অতিসই বাঢ়ি নগৰৰ দু ভাগ মান তল গল। আৰু অনেক মানুহ, গৰু, ঘোঁৰা, গাহৰি, পানিতে মৰিল।

ইতালি দেসৰ ৰেল ৰদ পাতিবলৈ আগৰ ৰজা পাপা গ্ৰেগৰি নিসেধ কৰিলে; কিন্তু সি মৰিলত পিয়চ নামে নতুন পাপাই ৰেল ৰদত দিয়ে দিয়ে ৰেলৰদ আলি পাতিবলৈ হুকুম দিচে। আৰু লেপ্তেনন্ত উআঘৰ্ন নামে জি ৰন সাহাবে মাটি চাই ৰেলৰদ বান্ধিবলৈ উপাই কৰাইচে, তেঁও পাপাই সৈতে দৰ্সন হলত পাপাই জোনাবে আপোনাৰ মুৰৰ সৰু নকচা এটা দিলে।

আৰু আগৰ জি দস্তুৰ মতে বৰ সৰু সকলো মানুহে পাপাৰ ভৰিত চুমা দিচিল, সেই দস্তুৰ

গুচাই এতিয়াৰ পৰা পাপাৰ হাত মাথোন চুমা দিবলৈ হুকুম দিচে।

ডিচেম্বৰ ৯ তাৰিখত ৰুচিয়া দেশৰ ৰজা উঅৰ্চা নগৰলৈ জাঁওতে বিস্তুলা নদিৰ দাঁতিৰ পানি শিল হৈ জোআত নদিৰ সোঁতত থকা নাৱত উঠি পাৰ হবৰ নিমিত্তে ৰথে সৈতে পানি শিলৰ ওপৰত উঠিল; তাতে ঘোৰা ৰথ শিল ভাগি তললৈ গল; তথাপি ৰজা ৰথৰ পৰা ওলাই লগত জোআ এটা মানুহৰ কানত উঠি, বৰ শ্ৰমেৰে বামলৈ উঠিল। পাচে সেই মানুহৰ নিমিত্তে ৰখ্যা পোআত তাক বৰ বিসয়া পাতিলে।

পাৰ্চিৰ বাদশাই তেহেৰান নগৰত ২৫,০০০ সেনা গোট খুআই সকলোৰে ওপৰত আপোনাৰ বৰ পুতেকক সেনাপতিৰ বাব দিচে। কাৰন মু বুজি কোনোএ কই, তুৰুক দেশৰ পুব ভাগ ৰন কৰি আক্ৰমন কৰিব।

২৮ অক্তোবৰ তাৰিখত বাগদাদ নগৰৰ পৰা অহা এখন পত্ৰত লিখিচে, সেই নগৰত মাউৰ এৰিলে, কিন্তু তাতে ৭,০০০ মানুহ মৰিল; তাব্ৰিজ নগৰত ১০,০০০ দহ হেজাৰতকৈ অধিক মৰিল।

আলজেৰি দেসত ১১০ বচৰ বয়স হোআ এজন মচলমান ফকিৰ মৰিল। ২০ বচৰৰ ভিতৰত দিনত ঘৰৰ পৰা নোলাল; ৰাতি গা ধুবলৈ মাথোন ওলাইচিল।

আফ্ৰিকাৰ পচিম ফালে এটা গামৰ ২০০০ বন্দি বেঁটি পাই পাচে বেচিব নোঅৰাত আপোনাৰ আগতে আটাইবোৰকে বধ কৰালে।

নুহলণ্ডৰ ওচৰত থকা নুকালিদনিয়া নামেৰে এখান মাজুলিৰ দাঁতিত ৪ জুলাই তাৰিখত ফ্ৰাঞ্চিৰ ভাপ জাহাজ এখান পানিৰ তলত থকা সিলত খুন্দা খাই ভাগিল। তাৰ ২০০ মান মানুহ জাহাজত নিয়া সৰু নাৱত উঠি সকলো ৰখ্যা পৰিল।





Cast Iron Lighthouse for Ceylon.

জাহাজবোৰ গমন কৰোঁতে কেতিয়াবা বামৰ ওচৰ হোআ নে জানি বালি সিলত খুন্দা খাই জাহাজ ভাগে দেখি সাগৰৰ দাঁতিত ঠায়ে ঠায়ে বৰ ওখ পকি দল বান্ধি তাৰ ওপৰ খোঁটালিত জাহাজে দেখিবৰ নিমিত্তে ৰাতিতে সদাই জুই ধৰি থাকে। এতিয়া গাল নামে লঙ্কাৰ এক টেকত তেনে এটা প্ৰদিপ দল থাপন কৰিবৰ নিমিত্তে ইংৰাজি দেসত লোহাৰে সাজিচে; পাচে তাকে জাহাজেৰে আনি সেই টেকত পাতি থৱ। দু আঙ্গুল মান ডাঠ লোহাৰ পাত খুআই সাজি দিচে; ওখ ৫৪ হাত, বেৰে ২৪ হাত। ভিতৰে সুন্য, উঠা খট খটি বাট, ওপৰ খোঁটালিত জা-

চিৰ বেৰ; তাৰ মাজে ১৩ টা বৰ প্ৰদিপ । লোহাৰ জোখ ১৩৬১ মোন; খৰচ হৰ ৩০,০০০ ত্ৰিচ হেজাৰ মান টকা । সেই দলৰ নক্চা ইংৰাজি সমাচাৰ পত্ৰত দেখি ওপৰে লিখি দিচোঁ ।

১৮ জানোআৰিত স্ফিংক্স নামে এখান ইংৰাজি জাহাজ পৰ্তম্মাওত নগৰৰ ওচৰত বামত খুন্দা খাই তাৰ ২০।৩০ মানুহ মৰিল ।

আমেৰিকা দেসৰ লৱেল নগৰত ২৫ নৱেম্বৰৰ ৰাতিৰ ৯ বজাৰ সমইত পচিম ফালে আকাসত দেখিবলৈ সুৰ্জৰ সমান ডাঙৰ এটা ধুম কেতু ওলাই চাৰিও পোনে বৰ পহৰ কৰিলে । ৫ মিনিত থাকি এখন পথাৰত পৰিল; তেতিয়াই মানুহে তালৈ গৈ তিনি হাত মান বহল এডোখৰ বৰ দুৰ্গন্ধ বস্তু পালে; জোখত ৫ ॥ আচই মোন হল । ॥

---

*(From the Upodeshok.)*

## ইউৰপৰ কথা ।

Christianity in Europe. (Concluded.)

ইউৰপ নামে মহা দিপৰ এটা প্ৰখ্যাত ৰাজ্য জৰ্মানি দেস । তাৰ মাজত প্ৰায়ে ৩৬০ লাখ মানুহে নিবাস কৰি থাকে । সিবিলাকৰ আদ খনি ৰোমান কাথলিক; সি আদ খনি লুথৰান আৰু বিফৰ্মড । লুথৰান দলৰ নাম লুথৰ নামে অতি উত্তম এজনৰ নামৰ দৰে হল । বিফৰ্মড, ইয়াৰ অৰ্থ সুধ কৰা; জিবিলাকে ৰোমান কাথলিক মতৰ ভুল তিয়াগ কৰিও লুথৰান ন হই, বিসেসকৈ প্ৰভুৰ ভোজনত জি পিঠা আৰু দ্ৰাখ্যা ৰস ভোগ কৰে, তাৰে সৈতে প্ৰভুৰ স্বৰুপ মঙ্গহ আৰু তেজ খোআ জাই, এই কথা জি লোকে গ্ৰহন ন কৰে, সেই লোকবিলাকক বিফৰ্মড বোলে । আন আন কোনো ঠাইত সিহঁতকে কাল্বিন নামেৰে উত্তম এজনৰ নামৰ দৰে কাল্বিনিষ্ট বোলা জাই ।

সেই জৰ্মানি দেসৰ দখিন ভাগত অধিক ৰোমান কাথলিক লোক থাকে, উত্তৰ ভাগে লুথৰান আৰু কাল্বিনিষ্ট মানুহ থাকে । আৰু সেই দেস অনেক ৰাজ্য বঁটা হৈ আচে, তাৰ মাজত অষ্ট্ৰিয়া দেসত ৰোমান কাথলিক মানুহবিলাকৰ ওপৰত ৰৰ অনুগ্ৰহ হই; আৰু প্ৰুচিয়া দেসত বিফৰ্মড আৰু লুথৰান লোকবিলাকৰ ওপৰত প্ৰধান অনুগ্ৰহ হৈ আচে । সেই দুই দেস জৰ্মানিৰ বাহিৰে আচে । অষ্ট্ৰিয়া দেসত সৰ্ব মুঠে প্ৰাই ৩৬০ লাখ, আৰু প্ৰুচিয়া দেসত প্ৰায়ে ১৬০ লাখ প্ৰজা থাকে । এই দুই দেস স্বতন্ত্ৰ । জৰ্মানিৰ আন আন প্ৰদেসত ১৫০ লাখ মান মানুহ থাকে ।

এই জৰ্মানি দেসৰ আৰু বিসেসকৈ তাৰ উত্তৰ ফালৰ মানুহবিলাক অতি গিয়ানি; লেখা পঢ়া ন জনা এনে মানুহক সেই দেসৰ তিৰোতাবিলাকৰ মাজতো পাবলৈ টান । কিন্তু তাৰ অধিকাৰবিলাকে আপোন আপোন লোকবিলাকক অনেক উপদ্ৰুও কৰে, আৰু সিহঁতৰ গিয়ানৰ সম্পূৰ্ন ফল ভোগ কৰিবলৈ নি দিএ । অধিকাৰৰ আগ্যা ন হলে সেই মানুহে পুথি চাপি দিব নোআৰে, আৰু কোনো কোনো পুৰ্বৰ চলি অহা ধৰমৰ কথা থাপনা কৰিব নোৱাৰে, আৰু মানুহে জদি অধিকাৰবিলাকৰ মতৰ বাহিৰে আন কোনো মত লব খোজে, বা আন কোনো প্ৰকাৰে ইস্বৰৰ সেৱা কৰিবলৈ জদি ইচা হই, তেন্তে অধিকাৰবিলাকে সিহঁতক বন্দিসালত বন্দিকৈ থই, নাইবা আপোনাৰ দেসৰ পৰা বাহিৰ কৰে । তথাপি সকলো প্ৰদেসবিলাকত সমান ৰুপে অনিয়াই কৰে এনে ন হই; কোনো কোনো দেসত সৰহ, কোনো কোনো দেসত কিচু তাকৰ হই । এনে অনিয়াই হলেও জৰ্মানিৰ প্ৰদেসবিলাকত অনেক স্বৰুপ ধৰ্মৱন্ত লোক পোআ জাই । আৰু সিবিলাকৰ মাজৰ পৰা অনেক দেও পুজক দেসৰ মানুহবিলাকত সুভ বাত্ৰা কিৰ্তন কৰিবলৈ গৈচে । আৰু তাত থকা ধৰ্মি লোকৰ সংখ্যা ক্ৰমে ক্ৰমে বাঢ়িচে, ইয়াক জানি সুনি আচোঁ । আৰু পুৰ্বে জিমান অনিয়াই কৰিচিল, এতিয়া সেইমান ন হই ।

দুই তিনি বচৰ হল জৰ্মানি দেসৰ এজন ৰোমান কাথলিক গুৰুএ লোকক ভাণ্ডনা কৰি বুলিলে, আমাৰ গিৰ্জাতে প্ৰভু যিচু খ্ৰিষ্টৰ চোলা ৰখিয়া হৈ আচে; তোমোলাকে তাকে দেখিবলৈ এই ঠাইলৈকে তিৰ্থ জাত্ৰা কৰা । সেই মিচা ভুলত লাখ লাখ মানুহে সেই বস্ত্ৰ চাবলৈ গৈচে, আৰু প্ৰাৰ্থনা আদিৰ দোআৰাই সেই বস্ত্ৰক সেৱা কৰি

আচে, ইয়াকে সুনি ৰঞ্জি নামে ৰোমান কাথলিক মতত থকা এজন সামান্য পাদুৰি অতি অসন্তোস কৰি ৰোমান কাথলিক মতৰ জি সকল ভুল থাকে সেইবোৰক প্ৰকাস কৰিবলৈ ধৰিলে; কিন্তু মনত অতি বেজাৰ পোআৰ নিমিত্তে ধৰম পুথিৰ কেতবোৰ কথাকো এৰিলে। তাৰ বাহিৰে চেৰ্স্কি নামে আন এক জন ৰোমান কাথলিক পাদুৰি সাহ পাই আপোনাৰ মতৰ মিচা চল বাদ সকল প্ৰচাৰ কৰিবলৈ ধৰিলে। সেই চেৰ্স্কি সাহাৰ স্বৰূপ খ্ৰিষ্টিয়ান হৈছে বুলি আমি জানিচোঁ। সেই দু জনৰ কথা সুনি ভালেমান লোকে ৰোমিয়া মতত বেজাৰ পাই সেই মিচা পথ অনেকে এৰিলে, আৰু এতিয়ালৈকে এৰি এৰি গৈচে। সেই ৰঞ্জি সাহাৰ প্ৰাই নাস্তিক হৈছে, এয়ে অসন্তোস কৰা কথা হই, তথাপি অনেক মানুহে ৰোমিয়া মতৰ ভুল এৰিছে, এয়ে আনন্দৰ কাৰন। চেৰ্স্কি সাহাৰ গিয়ান আৰু সাহ জেন ক্ৰমে ক্ৰমে বাৰ্হে ইশ্বৰে এনে অনুগ্ৰহ কৰোক।

ডেন্মাৰ্ক, নৰৱে আৰু চুইদন, এই জি তিনি দেস ইউৰপৰ উত্তৰ পচিম ভাগে আচে, সিবিলাক বৰ দেস হই, কিন্তু সিইঁতৰ মানুহৰ সংখ্যা অলপ, সৰ্ব্ব মুঠে ৭০ লাখতকৈ সৰহ ন হই। সিইঁতৰ প্ৰাই সকলো লুথৰান আৰু জি সকল লুথৰান মতৰ বাহিৰে আন কোনো মতত অনুমতি দিএ সিইঁতক অনেক দুখ ভাবনা কৰে। সেই দেসৰ লুথৰান মানুহবিলাকৰ মাজত বহুত ধৰ্ম্মৰত্ন মানুহ পোআ নে জাই।

চুইদন দেস সক, তাৰ মাজত কেৱল ২০ লাখ মানুহ থাকে। সিইঁতৰ ৯ লাখ কাথলিক ১১ লাখ বিফৰ্ম্মড। বিফৰ্ম্মডবিলাকৰ মাজত অনেক লোক ধৰমি হৈ ধৰমৰ কথাত বহু কাৰ্বাৰ কৰে, আৰু সেই সক দেসৰ পৰা অনেক ধৰম প্ৰচাৰক দেও পূজকৰ ঠাইবিলাকলৈ গৈচে। চুইচ দেসৰ কোনো ৰজাৰ তল ন হই; আৰু ২২ খান প্ৰদেস বঁটা হৈ আচে। আৰু সেই সেই প্ৰদেসৰ লোক স্বাধিন হৈ আপোন আপোন অধিকাৰবিলাকক মানে। তাতে কোনো প্ৰদেসৰ ধৰমি লোকৰ ওপৰত বৰ অনিয়াই হই, আন কোনো কোনো খণ্ডৰ বহুত অনিয়াই ন হই।

হলণ্ড দেসৰ ২৫ লাখ মান মানুহ থাকে। সিইঁত প্ৰাই সকলো বিফৰ্ম্মড, কিন্তু সিইঁতৰ মাজত ধৰমি লোক তাকৰ। তথাপি তাত থকা ধৰমি লোকক অধিকাৰবিলাকে বৰ অনিয়াই ন কৰে।

বেলজিয়ম দেসত ৪০ লাখ মানুহ থাকে। সিইঁতৰ অধিক ভাগ ৰোমান কাথলিক হৈ আন মতত থকাবিলাকক অতি মন্দ বুলি মানে; কিন্তু সেই ৰাজ্যৰ কানন মতে সিইঁতৰ ওপৰত বৰ উপদ্ৰৱ কৰিব নোআৰে। জি লোক ৰোমান কাথলিক ন হই, সিইঁতে ধৰম বৰ্হাবৰ অনেক পুৰুসাৰ্থ কৰে।

ফ্ৰান্স দেস ডাঙৰ, তাতে ৩৫০ লাখ মানুহ নিবাস কৰে। সিবিলাকৰ ৯ ভাগ ৰোমান কাথলিক, এভাগ আন মতত থাকে। ৰোমান কাথলিক মানুহৰ মাজত বহুত অনাস্তিক, আৰু অনেকে আপোনাৰ মিচা মত বৰ্হাবলৈ বৰ কাৰ্বাৰি হই। জি সকল ৰোমান কাথলিক ন হই, সিবিলাকৰ ধন আৰু সক্তি অলপ, তেও সিবিলাকৰ মাজত অনেক ধৰমি হোআত ধৰমৰ কথাত অতি পুৰুসাৰ্থ কৰে। আগৰ কালে সেই দেসত সিইঁতৰ অতিসই দুখ আৰু উপদ্ৰৱ হৈছিল; এতিয়া বৰ উপদ্ৰৱ ন হই। জোআ তিনি চাৰি বচৰত তাৰ স চাৰেক ৰোমান কাথলিক মানুহ সেই আপোনাৰ মিচা মত এৰি কেৱল ধৰম পুথিকে ইশ্বৰে দিয়া গিয়ান বুলি মানিবলৈ আৰম্ভন কৰিলে; আৰু সিইঁতৰ নিচিনা আন আন মানুহেও ইশ্বৰলৈ মন পালটাব, এনে আসা আচে। ফ্ৰান্স দেসত জি জি লোক ধৰমি সিইঁত অতি উদ্যোগি আৰু প্ৰেমৱন্ত, আৰু সেই দেসৰ মানুহৰ স্বভাৱ বৰ আলাপি এই কাৰনে ইশ্বৰলৈ পালটিলে আন মানুহবিলাকক ধৰম পথত আনিবলৈ কাৰ্বাৰি হব।

ইস্পানিয়া আৰু পৰ্ত্তুগাল আৰু ইতালি, এই তিনি দেস অতি সুন্দৰ, কিন্তু তাত থকা মানুহ সকল ৰোমান কাথলিক, আৰু অন্য মতত থকাবিলাকে সেই দেসত ইশ্বৰৰ সেৱা কৰিবলৈ সমৰ্থ নাই; সেই সেই দেসৰ ভাষাতে ইশ্বৰৰ প্ৰস্তা বাক্য কিৰ্ত্তন কৰা, নাইবা ধৰম পুথি সাৰ কথা অতি ভয়জুক্ত কৰম; প্ৰকাস ৰূপে তাকে কৰিলে বৰ

দণ্ড হই। ইস্পানিয়া দেসত মুঠে ১১০ লাখ, পর্তুগাল দেসত ৩২ লাখ, ইতালি দেসত ২২০ লাখ মানুহ থাকে। সেই দেসৰ অৱস্থা বিবেচনা কৰিলে অতি অসন্তোস পোৱা হই।

গ্রিক দেসত এতিয়া ৮ লাখ মানুহ মাথোন থাকে, সিইত কেৱল নামেৰে খ্রিষ্টিয়ান। গ্রিক মত হলে প্রায়ে ৰোমিয়া মতৰ নিচিনা, তথাপি সিইত পাপা অর্থাত ৰোমিয়া বজাক নে মানে। কিন্তু ধৰমৰ ৰখ্যকবিলাক বৰ অগিয়ানি, সামান্য মানুহে কত গিয়ান পাব? সিইতে অন্য মত লোৱা মানুহবিলাকক ঘিন কৰে, আৰু সিবিলাকৰ পৰা ইস্বৰৰ কথা সুনিবলৈ ইচা ন কৰে।

তুৰুক ৰাজ্যৰ জি ভাগ ইউৰপত আছে, তাৰ মাজত প্রায়ে ১২০ লাখ মানুহ থাকে। সিইতৰ মাজত ৩৫ লাখ তুৰুক মানুহ মচলমান হৈছে। অন্যবিলাকৰ মাজত অধিক লোকে গ্রিক মতত থাকে; তথাপি দুই এক লাখ আর্মানি লোক আছে, সেই আর্মানি মানুহৰ কোনো কোনো ৪।৫ বচৰৰ আগেয়ে ইস্বৰলৈ মন পালটোৱা ধৰম লৈছে।

কচিয়া দেস অতি ডাঙৰ, আৰু তাৰ জি ভাগ ইউৰপত আছে, তাৰ মাজে ৫০০ লাখ মানুহ থাকে। সিইতৰ ৮০ লাখ ৰোমান কাথলিক, আৰু ২০ লাখ লুথৰান হব পাৰে। অন্য লোক প্রাই সকলো গ্রিক মতত থাকে, তথাপি ৪।৫ লাখ মান মচলমান হই। কচিয়া দেসৰ জি ভাগ আচিয়াত আছে, সিও অতি ডাঙৰ দেস, কিন্তু তাৰ ম[illegible] ১০০ লাখত অধিক মানুহ নাই; [illegible] আদ খনি মানুহ মচলমান নাইবা দেও পুজক হৈছে ।



## বুৰা মানুহ আৰু মিত্যু।

এটা বুৰা মানুহে কাঠৰ ভাৰ লৈ জাওতে জাওতে ভাৰে পিৰিলত বৰ দুখ পাই ভাৰ পেলাই দিলে, আৰু আপোনাৰ মৰনক প্রার্থনা কৰিলে, তাতে মিত্যু আহি মানুহটৰ আগত থিয় হৈ বুলিলে, তুমি মোক কি নিমিত্তে মাতিচা? তাকে কোৱা। এই বোলা সুনি মানুহটে উত্তৰ দি বুলিলে, এই কাঠৰ ভাৰ মূৰত তুলি দিবৰ কাৰনেহে তোমাক মাতিচোঁ।

### ইয়াৰ অর্থ এই।

প্রিথিবিৰ ভিতৰত সকলোএ জিবলৈহে বাঞ্চা কৰে; চোৱা, অতি বুৰা নাইবা দৰিদ্র হলেও প্রাই কাৰো মৰিবৰ ইচা নাই। ম.

---

### বুধি নির্বুধি কন্যাৰ দ্রিষ্টান্ত।

দৰাক আগ বৰ্হাৰ কাৰনে
কন্যা কেতে জনি জাই;
পলম কৰে দৰা জনে,
কন্যাও বল টোপনিয়াই।

মধ্য নিসা ৰাও সুনিলে,
দৰা আহি ওচৰ হল;
জি কেই জনি তেল আনিলে
চাকি বৰ্হাই উঠি গল।

সি কেই জনি হাটে ফুৰি
গৈ গৈ কৰে তেল বিচাৰ,
বিয়া ঘৰে আহি ঘুৰি,
দেখে মৰা হৈছে দুআৰ।

তাতে পৰি কান্দন কৰে,
প্রভু প্রভু, দুআৰ মেলোক;
প্রভু মাত লগাই উত্তৰে,
মই নি চিনোঁ পাপি লোক।

হাই হাই, নিদ্রাত থকা পাপি,
প্রভুৰ সমই ঘোৰ নিসাই;
আহিব মহা প্রতাপি,
তেতিয়া হবা নিৰুপাই।

ক্রিপা মাগি কান্দি কৰা,
তেও নু সুনিব ইস্বৰ;
থাকি এন্ধাৰ নিবাস হবা,
দাঁত কৰচি নিৰন্তৰ।



লাপ্লাণ্ডিয়াবিলাকে দিঘল কাঠৰ জোঁতা পিন্ধি পৰ্বতৰ পৰা নামি জোআ মকচা।

Laplanders on their Snow-skates descending the Mountains

## লাপ্লাণ্ড দেসিয়াবিলাকৰ বেৱহাৰৰ বিসই।

**Description of the Laplande-s.**

ইউৰপৰ সকলোতকৈ উত্তৰ কালে লাপ্লাণ্ড দেস; তাত নদি আদি সকলো পুখুৰি গোট মাৰি টান হৈ জাই, জাৰ কালি এনে অতিসই জাৰ জে ব্ৰাণ্ডি কটিকাও গোট মাৰে, আৰু গোটেই থন দেস হিমেৰে তিনি চাৰি হাতলৈকে ওখ হৈ পৰে। আৰু জাৰ সহিবলৈ অতি টান, কিন্তু ঘাম কালিত ভাল। সেই দেসৰ উত্তৰ ভাগে ঘাম কালি তিনি মাহলৈকে বেলি ন বহে, আৰু জাৰ কালিত তিনি মাহলৈকে বেলি দেখা নে জাই, সেই কাৰনে বৰ জাৰ। আৰু সিইতৰ দেসৰ পৰ্বতৰ টিঙ্গবোৰত বৰ জাৰ আৰু ধুমুহা বতাহ সদাই হৈ থকাত গচ আদি একো গজিব নোআৰে।

লাপ্লাণ্ডিয়াবিলাকে জেতিয়া চিকাৰ কৰিবলৈ জাই, হিমৰ ওপৰত তালৈকে খোজ কাঢ়িব নোআৰে দেখি এক ৰকমৰ জোঁতা পিন্ধি হিমৰ ওপৰত অতি বেগেৰে পিচলি জাই, সেই জোঁতা কাঠেৰে সজা। আৰু থিয় পৰ্বতৰ পৰা নামোঁতে বৰকৈ নি পিচলিবলৈ সেই জোঁতাৰ বাহিৰে পহুৰ চাল নোম ওভতাকৈ খুআই দিএ, নোমবোৰে হিমত সোমাই ধৰে। সেই এক ভৰিৰ জোঁতা মানুহৰ সমান দিঘল, আন ভৰিৰ জোঁতা তাতকৈ অলপ সৰু। সেই জোঁতাৰ ভিতৰত ভৰি সোমাই চালেৰে টান কৈ বান্ধে; এই ৰূপে সাৱধান হৈ লাপ্লাণ্ডিয়ই এডাল দিঘল লাখুটি হাতত লৈ, আৰু সেই লাখুটি জেন হিমত বৰকৈ নো সোমাই তাৰ মুৰত এটা বৰ কাঠৰ গুলি লগাই দিএ; জেনেকৈ ভোমে বঠাৰে সৰু নাও খুচি খুচি

চলাই তেনেকৈ সেই লাখুটিৰে খোঁচ দি আপোনাকো চলাই। সেই জোঁতা আৰু লাখুটি ভাল লহাই লৈ, স্রম নো হোআকৈ হিমৰ ওপৰত এদিনৰ ভিতৰত তেৰ কুৰি ক্রোচৰ বাট চলে, আৰু বৰ ওখ পর্বতৰ ওপৰতো সেই ৰূপে অতি বেগে উঠে, আৰু সেই ৰূপে অতি সিঘ্রে পর্বতৰ পৰা নামি জাই।

লাপ্লাণ্ড দেসত খেতি প্রায়ে নাই, তাত থকা মানুহবিলাকৰ মাজত কোনো কোনো মাচ মৰিয়া মাচেৰেই দিন খেদাই, কোনোবা পর্বতত থাকে। মাচ মৰিয়াবিলাকে কোনো এক বৰ সৰোবৰ পুখুৰিৰ ওচঁৰতে থাকে, আৰু তাতে সিইঁতে মাচকে খাই কাল নিয়াই। জিবিলাক পর্বতত থাকে সিইঁতে হৰিনা পহু পুহি তাৰেই কাল নিয়াই; সিইঁত মাচ মৰিয়াইঁতকৈ চহকি, সিইঁতৰ মাজত কোনো কোনোবিলাকৰ পাঁচ স, কোনো কোনোবিলাকৰ হেজাৰকৈ হৰিনা পহু আছে। সিইঁত এনে গুনৱন্ত জে এনতকৈ অধিক গননা কৰিবও নোআৰে; কিন্তু সিইঁতৰ মাজত জাৰ অনেক হৰিন সি আপোনাৰ হৰিনবিলাকক ভাগ ভাগ কৰি প্রতি ভাগৰ ওপৰত এক এক চিন দিএ; জদি সেই পহু আকৰ এটা হেৰাই তেন্তে তেতিয়াই জানিব পাৰে; জিবিলাকৰ অলপ হৰিন সি হৰিনটে পতি নাম ৰাখে।

লাপ্লাণ্ডিয়ইঁতে হৰিনকে জি পুহিছে ইয়াতে সিইঁতৰ বৰ গিয়ানৰ কৰম হৈছে; কিয়নো সিইঁতৰ কাল জাবৰ নিমিত্তে জিমান বস্তু লাগে, সিমান বস্তু সেই হৰিনৰ পৰাই হয়। সেই হৰিন পহুৰ দোআৰাই কাপৰ পাই, খাবলৈ পাই, হৰিনৰ চালৰ দোআৰাই সিইঁতৰ ঘৰ চোআ, আৰু সোআ পাটি হয়, তাৰ দৈ গাখিৰ চেপি টানকৈ পনিৰ কৰি খাই আৰু সেই চেপা গাখিৰৰ পানিকো খাই এই সুন্দৰ পহুৰ মঙহ আদি সকলত থকা একো বস্তু সিইঁতলৈ পেলনি নে জাই পহুৰ সিৰবোৰেৰে সিইঁতৰ ধেনুৰ গুন আৰু চৰাই ধৰিবলৈ কাঁৰ ফান্দ সাজে, আৰু কাপৰ সিবলৈ বটিয়াও কৰে। আৰু হৰিনৰ সিঙ্গ বেচে, তাতে চিৰিচ অর্থাত গুলূ এঠা হয়, সিইঁতৰ চাল আৰু জিবা অতি সুন্দৰ, আৰু দখিন ইউৰপত লাপ্লাণ্ডিয়বিলাকে বেচি সেই সেই দেসৰ নানা প্রকাৰ সুখ সম্পত্তিৰ বস্তু কিনি আনে।

জেতিয়া লাপ্লাণ্ডিয়বিলাকে কোনোবা কালে জাই তেতিয়া হৰিনৰ পিঠিত উঠি জাই; সিইঁতে জি হৰিনৰ গাৰি কৰে সি অতি পাতল, আৰু তাতে হৰিনকে এনে মতে বান্ধে হৰিনৰ ডিঙ্গিত এগচ জৰি দি তাৰ চাৰি ভৰিৰ তলে দি গাৰিত বান্ধে, আৰু তাৰ দুই সিঙ্গত লাগাম দি চলাই। হৰিন নিজিৰোআকৈ পোন্ধৰ ক্রোচ চলে।

এই সুন্দৰ পহুৰ আহাৰ এক জাতৰ সেলুয়াই; জেতিয়া সিইঁতৰ পথাৰ সেই সেলুয়াইৰে পুৰ হৈ থাকে তেতিয়া লাপ্লাণ্ডিয়ইঁতে দখিন দেসৰ জি অধিক অধিক সম্পত্তিৰে সমপূর্ন হৈ থকা খেতি আদি তালৈকো মন ন কৰে; আৰু হৰিনৰ চালেৰে আবৃত হৈ সিইঁতে আপোনাৰ দেসৰ সহিব নোআৰা জি জাৰ তাকো নে মানে, আৰু হিমতে বেৰি বেৰি ভই চিন্তা নো হোআকৈ বননিত আপোন পহুৰ জাক চৰাই; আৰু জতে আন কোনো দেসিয়া মানুহ থাকিবলৈ অসাধ্য তাতে সিইঁত সুখেৰে থাকে; আৰু সিইঁতৰ পহুবিলাকে হিম ঠেলি আপুনি খাবলৈ উলিয়াই।

লাপ্লাণ্ড দেসত অতি সৰহ মানুহ নাই, এন্দাজ ৭০০০০ মান থাকে। লাপ্লাণ্ডিয়া মানুহবিলাক চুটি কিন্তু বলি; বৰন কলা, আতি সৰহ খিয়াল নাই, আৰু আপোনাৰ দেসক বৰ মৰম কৰে। মতা মাইকি আটায়ে চোলা ঠেঙ্গা টুপি আৰু জোঁতা একে ৰকম কাপৰ পিন্ধে; মাইকিৰ চিন কেৱল অলঙ্কাৰ গাত থাকে।

মানুহ এজন চানিত উঠি আৰু সেই দেসৰ হৰিনা পহু সেই চানিত লগাই টনাৰ নক্সা ইয়াত লিখা আছে। §



*The Orunodoi, Published Monthly by O. T. Cutter, at the Am. Bap. Mission Press, Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

দুতিয় চোঙা। মোং সিৱসাগৰ, এপ্ৰেল ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ৪।

VOL. II. SIBSAGOR, ASAM, APRIL, 1847. NO. 4



## অনেক দেসৰ সম্বাদ।

General Intelligence.

মাৰ্চ মাহৰ ২০ তাৰিখত বেলা তিনি বজাৰ সময়ত জইপুৰলৈ জোআ বাটৰ খোদৰ অালিত ৰৰ মুখুৰিয়া নগাই দেওপানিৰ ওচৰত বানফেৰিয়া নগাৰ মুৰ ৫ পাচোঁটা কাটি নিলে। পাচে ইয়াকে সুনি শ্ৰীজুত বিচাৰ পতিএ চিপাহিৰ দোআৰাই ধৰি অানি সিইঁতৰ সোধ পোচ কৰি সিইঁতক ৫। ৬ বচৰলৈ মিয়াদ দি ফাটকত দিলে।

এপ্ৰিল মাহৰ ১৫ তাৰিখত নুহলও আদি কৰি দখিন ফালে থকা দেসত সুৰ্জৰ সৰ্বগ্ৰাহ হই, কিন্তু চন্দ্ৰে দুৰ দখিন পথে জোআ হেতুকে এই দেসত গ্ৰহন নে দেখিলে। এই বচৰৰ ভিতৰত, আৰু দুই গ্ৰহন হব, ২৪ চেপ্তেম্বৰৰ ৰাতি ৯। বজাত চন্দ্ৰৰ গ্ৰহন; অাৰু অক্টোবৰৰ ৯ দিনৰ দুপৰৰ পাচে ৩৮ বজাত সুৰ্জৰ গ্ৰহন লাগিব।

কলিকতাত এচ্‌ডেল নামেৰে এজন ডক্তৰ সাহাবে একো দৰৱ নু খুআই মন্ত্ৰ নো গোআইকে সুদা হাতেৰে ঝাৰি এদিন মান মৰাৰ নিচিনাকৈ মুৰ্চ্চিত কৰি পেলাই থই। এই ৰুপে অনেক মানুহক মুৰ্চ্চিত কৰি কোনো কোনোৰ মোন আদ মোন এইমান ডাঙৰ মেকুৰ কাটি ৰোগ ভাল কৰে।

মাৰ্চৰ ১৯ তাৰিখত মাৰ্চ নামে এখান জাহাজ কলিকতাত বোজাই দি বিলাইতলৈ আৰলৈ যুগুত হলত জাহাজত জুই লাগিল। তাতে আৰ জাহাজতো জুই লাগে বুলি তাক হহকাই নি এখন দ্বীপত লগাই দিলে। পাচে জুই নুমাৰলৈ বৰ পুৰুষাৰ্থ কৰি জুআৰ নোজৰাত জাহাজৰ তলে বাট কাটি দি বুৰালে। পাচে ২৩ মাৰ্চত সেই ভগা জাহাজ নিলাম কৰি ৮৭১৫ টকালৈ বেচিলে।

হুগলি নদিত কলিকতাৰ ভাটি ফালে এদিনৰ বাটত এখান ভাপ জাহাজ এটা বালি চৰত লাগি ভাগি নষ্ট হল।

ভাগলপুৰ নগৰত কোনো সাহাব লোকে চিকাৰ কৰিবলৈ জাওতে এটা বৰ বাঘ ওলাই হাতিকে পাঁচ বেলি ধৰি কামুৰি মাৰিলে। পাচে বাঘ মাৰি জুখিলত ৮ হাতত্‌কৈ কিছু দিঘল, দু হাত এমুঠন ওখ।

আফ্‌ঘানিস্থানৰ ৰজাৰ বৰ পুতেক মহম্মদ আক্‌বৰ খাঁ মৰিল বুলি সমাচাৰ পত্ৰত লিখিচে। কোনোএ কই, চাৰাপ খাই মৰিল; কোনোএ কই, বিহ খুআই মাৰিলে।

খেহ দেসৰ আমই মাজুলিৰ ওচৰত দুখন ইংৰাজি জাহাজ থাকোঁতে তিনি খন ডকাইতৰ নাও মানুহে সৈতে ভৰা হৈ আহি সেই জাহাজৰ মানুহবোৰক মাৰি খেদাই জাহাজৰ বহু বস্তু লুট কৰিলে। জাহাজৰ কাম কৰা কেৱল তিনি চাৰি লস্কৰ পলাই ৰখ্যা পৰিল।

লৰ্ড টৰিংতন নামে সাহাব এজনক মহা ৰানিএ গৱৰ্নৰ বাব দি লঙ্কা দিপৰ অধিকাৰ পাতি থৈচে।

তুৰুক দেসৰ বাদচাই আপোনাৰ ৰাজ নগৰত বন্দি বেটি বেচা কিনা কৰিবলৈ নিসেধ কৰিচে।

ইংলণ্ড দেসৰ ব্ৰিষ্টল নগৰত চোমচ নামে এজন মানুহৰ ঘৰৰ মাটিৰ তলত কোনো কোনো সবদ ওলাই, কেতিয়াবা ধুঁআও ওলাই; তাতে সেই ঘৰত থাকিবলৈ মাকৰ আদি কৰি সকলোএ ভই কৰে। তাতে কোনো মানুহ তলত আচে, চোমচ সাহাবে ইয়াকে জানি এটা থানাদাৰ লৈ চাকৰে সৈতে বিচাৰি বিচাৰি ঘৰৰ অলপ তলৰ মাটিৰ মাজত এটা গাত পালে। তাৰ ভিতৰলৈ

এটা কুকুৰ সুমাই দিলত তাক খেদোআ মানুহৰ মাত সুনিলে; পাচে সি কুকুৰ খেদি ওলাই, মানুহক দেখি হুহকি গল। গাঁতৰ পৰা উলিয়াৰ নোঅৰাত খেৰ সুমাই দি জুই লগালে; তাতে চোৰ তিনি জন থাকিব নোআৰি এধা মৰা হৈ ওলাল। পাচে মানুহ সোমাই বিচাৰি ভিতৰত বৰ এখোঁচালি দেখিলে, আৰু তলত পাটৰ চাঙ্গ সাজি লোআ পালে। পাচে তাক ভাঙ্গি চোৰে খোআ বহু চৰাইৰ পাখি পালে, আৰু চুৰকৈ নিয়া কেতবোৰ বস্তু পালে।

আয়ৰলণ্ড দেসৰ ডবলিন নগৰৰ পৰা কৰ্ক নগৰলৈ জাঁওতে ১৬ জানোআৰিৰ ৰাতি পুআত বৰ কুঁঅলি হোআৰ কাৰনে চিৰিয়চ নামে এখান ভাপ জাহাজ বাম নে দেখি সিলত খুন্দা খাই ভাগিল। তাৰ ১৫।২০ মানুহ লৰা লৰিকৈ সৰু নাৱত উঠিলত নাও লুটি খাই মানুহে সৈতে তল গল। পাচে এটা সাহাবে হাতত লেজু ধৰি বামলৈ সাঁতুৰি গৈ তাৰ দোআৰাই জাহাজত থকা বিলাকে ৰখ্যা পৰিল।

অষ্ট্ৰিয়া দেসৰ বিএনা নগৰত থকা মিলদে নামে এজন গুৰু বৰ লোক ডিচেম্বৰৰ ৯ দিনৰ ৰাতি পুআ সুই থাকোঁতে তেঁওৰ চাকৰ আহি হাতত খুৰ এখন লৈ আচুআ মেলি কলে, হে প্রভু, আজি ৰাতি প্রভু য়িচু খ্রিষ্টে মোক দৰ্সন দি, বিএনা নগৰত থকা মহা গুৰুৰ ডিঙ্গি কাটা, ইয়াকে মোত কৈচিল। তেতিয়া বলিয়া হৈচে বুলি গুৰুএ জানি বুধিএৰে কলে বোলে, মোৰ কথা সুনা, মোৰ প্রান মাৰিবলৈ প্রভুএ জদি ৰকপাকৈ আগ্যা দিলে, তেন্তে অৱস্য কৰিব লাগে, কিয়নো ইস্বৰৰ কোনো আগ্যা ভাঙ্গিব নে পাঁও; কিন্তু আগেয়ে ইস্বৰক প্রাৰ্থনা ন কৰাকৈ তুমি একো কৰম কৰিব নো পোআ; সেই নিমিত্তে প্রাৰ্থনা কৰা, পাচে মাৰিব পাৰিবা। সি সেই কথা সুনি আঁঠু পাৰি প্রাৰ্থনা কৰিবলৈ ধৰিলে, তাতে গুৰুএ উঠি আন ঠাইলৈ পলাই প্রান ৰখ্যা পৰিল। পাচে মানুহক পাঁচি বলিয়াক ধৰি কইদত ৰাখিলে।

আমেৰিকা দেসৰ মিচিচিপি আৰু ওহায়ো এই দুয়ো নদিত ৭৫০ খন ভাপ জাহাজ অহা জোআ কৰি আচে। সেই জাহাজ সকলত মুঠে ৪৩,০০,০০০ মোন বোজাই ধৰে। সাজোঁতে খৰচ হল ২,৬০,০০,০০০ টকা। জোআ বচৰত ওহায়ো নদিত ১০৮ নতুন ভাপ জাহাজ সাজিচে।

জোআ বচৰত তিমি মাচ ধৰিবৰ নিমিত্তে ৭,৫০০ মানুহে সৈতে ৭৩৬ খন আমেৰিকান জাহাজ গৈচে। তাতে মাচ ধৰি ধৰি মুৰৰ তেল উলিয়াই সকলো ঠাইতেবেচেগৈ।

আমেৰিকা দেসৰ বস্তন নগৰৰ মৰ্ত্তন নামে এজন ডক্তৰ সাহাবে এবিধ দৰৱৰ মূৰ্চ্চিত কৰাৰ নতুন গুন উলিয়াই আটাইকে দেখালে। সেই দৰৱৰ নাম চল্ফৰিক ইথৰ, তাৰ ধুঁআ একেৰিমান খালে, মানুহ মুৰ্চ্চিত হই; পাচে তাৰ হাত ভৰিও জদি কাটে তেও একো দুখ নে পাই। আমেৰিকা, ইংলণ্ড, কলিকতাতো ডক্তৰ লোকে জেতিয়া ৰুগিয়া মানুহৰ মঙ্গহ কাটিব লগা হই তেতিয়া সেই দৰৱ খুআইহে কাটে। একেৰিমানৰ পাচে সেই ৰুগিয়া মানুহটো দুখ নো পোআকৈ সাৰ পাই ভাল হই।

চমৰ্চ নামে আমেৰিকাৰ ৰনুআ জাহাজ এখান মেকচিকো দেসৰ বিৰাক্রুজ নগৰলৈ জোআ এখন জাহাজ দেখি ধৰিবলৈ খেদি জাঁওতে বৰ তুফান উঠি আমেৰিকান জাহাজ লুটি খুআই পেলালে। তাৰ কোনো কোনো মানুহ সাঁতুৰি সাঁতুৰি আন জাহাজত উঠিল; মেকচিকো লোকৰ হাতত কোনোবোৰ পৰিল; আৰু ৪০ মান মানুহ পানিত মৰিল।

আমেৰিকা দেসৰ পচিম ফালে অৰিগন নদিৰ মুখত স্যাৰ্ক নামে মিল দেসৰ এখান জাহাজ বামত লাগি ভাগি তল গল; কিন্তু জাহাজৰ মানুহ আটাই ৰখ্যা পৰিল।

মেক্চিকো দেসৰ চান্তা ক্রুচ নগৰৰ ওচৰত আমেৰিকা মিল দেসৰ এখান ৰনুআ জাহাজ সিলত লাগি ভাগি গল। তাৰ ৮০ মানুহৰ মাজত কেৱল ৪৪ টা বাম পাই ৰখ্যা পৰিল।

ফ্রান্সৰ এক গাঁৱত এটা মানুহে মাটি খাঁনোঁতে পুৰ্ব্বৰ ৰুমিয়া ৰজাৰ ৪৫৭ নানা বিধ সোনৰ মোহৰ পালে। মুঠে সেই সোনৰ দাম ৪,০০০ টকা।

## ধৰমৰ কথা বাৰ্ত্তা।

**Religious Intelligence.**

চৰ্চ মিস্যনেৰি সমাজৰ ১৮৪৫ ইং সংকৰ বাসিক সভা ডিচেম্বৰ মাহৰ ৯ তাৰিখত কলিকতাত হৈছিল। সেই সমাজৰ সমন্ধি হোৱা মণ্ডলি এই এই ঠাইতে আছে, অৰ্থাত কলিকতা, আগৰপাৰা, বৰ্দ্ধমান, ক্ৰিস্নগৰ, বাৰানসি, জনপুৰ, গোৰখপুৰ আৰু আগ্ৰা। সেই সভাৰ আগত এই কথা প্ৰকাস হল, কলিকতাৰ মিৰ্জাপুৰত ১২২ জন খ্ৰিষ্টিয়ান আছে, কলিকতাৰ দখিন গাঁৱত ১৯২. জন, আগৰপাৰাত ৭০ জন, বৰ্দ্ধমানত ৪৫ জন, ক্ৰিস্নগৰত ৭৮৬ জন, গোৰখপুৰত ৯৬ জন, মুঠে ১৩১১ জন খ্ৰিষ্টিয়ান সেই সমাজৰ সঙ্গি হৈ আছে।

১৮৪৬ ইং সংকৰ ২২ ডিচেম্বৰত চৰ্চ মিস্যনেৰি সমাজৰ বাৰ্সিক সভা হৈছিল। তেতিয়া জি বিপৰ্ত অৰ্থাত কৰমৰ ব্ৰিতান্ত পৰ্হা সুনা গৈছে, তাৰ পৰা ইয়াকে বুজা গল, সেই সমাজৰ সমন্ধি বঙ্গাল হিন্দুস্থান দেসৰ মণ্ডলিৰ প্ৰাই ৬০০ খ্ৰিষ্টিয়ান লোকে প্ৰভুৰ ভোজন খাই প্ৰবৰ্ত্তে; আৰু বৰ সক নাম ধৰা খ্ৰিষ্টিয়ান ৫০০০ হেজাৰ মান হৈছে।

বৰ্ত্তমান বচৰৰ জানোআৰি মাহৰ ২৮ তাৰিখে বাপ্তিষ্ট মিস্যনেৰি সমাজৰ বাৰ্সিক সভা কলিকতা নগৰত হৈছিল। তাতে এই এই কথা প্ৰকাস হল, বঙ্গাল আৰু হিন্দুস্থান দেসত বাপ্তিষ্ট অৰ্থাত বুৰ পোৱা ২৮ টা মণ্ডলি আছে; মণ্ডলিৰ লোক মুঠে ১৩৩৮ আছে।

২৪ ফেব্ৰুআৰিত লণ্ডন মিস্যনেৰি সমাজৰ সঙ্গিৰ বঙ্গালি সমাজৰ বাৰ্সিক সভা কলিকতাত হৈছিল। সেই বেলা সভাৰ মানুহে ২০০০ ৰুপ কিৰ্ত্তন কৰিবৰ নিমিত্তে তুলি দিলে। সেই সভাৰ লগৰ হিন্দুস্থান দেসত ১৭ জন পাদুৰি সাহাব আছে; মণ্ডলি আঠোটা, মণ্ডলিৰ লোক ২৫০; ডেৰ কুৰি মান ইস্কুলত ৩,৩০০ তিনি হেজাৰ তিনি সতকৈ অধিক চাতৰ আছে। সেই লণ্ডন মিস্যনেৰি সমাজৰ পৰা খোৰাকি খৰচ পোৱা পাদুৰি লোক দেসে দেসে ১৬৫ জন আছে; অন্য কিৰ্ত্তন কৰাবিলাক ৭০০ জন আছে; জোৱা বচৰত মুঠে খৰচ হল ৭,৫০,০০০ অতঠ লাখ টকা।

বাখৰগঞ্জ জিলাৰ বৰিসাল নগৰত ৭ ফেব্ৰুআৰি তাৰিখে ১১০ জন মানুহ বুৰ পাই মণ্ডলিত গ্ৰহন কৰা হৈছিল। কিন্তু সেই ঠাইতে কোনো কোনো লোকে খ্ৰিষ্টিয়ান ধৰমৰ বিৰোধ হৈ সিস্যক দুখ তাডনা দিবলৈ ধৰিছে।

মান্দ্ৰাজৰ পৰা অসন্তোস জনমোৱা সম্বাদ পোৱা গল। সেই নগৰত জোৱা বচৰত চতুৰ্ব্বেদসহ নামেৰে এটা সভা থাপন কৰি আছে। জিমান সাধ্য হই খ্ৰিষ্টিয়ান ধৰম সেইমান বাধা কৰিবৰ নিমিত্তেহে সেই সভাৰ অভিপ্ৰাই। সেই সভাৰ থাপন কৰাৰ ২০ দিন মানৰ পাচে নালৰ নামে এক ঠাইত দেও পূজক ৩০০০ তিনি হেজাৰ মান উঠি খ্ৰিষ্টিয়ান ধৰম লোৱা কুৰি গাঁৱৰ মানুহলৈ আক্ৰমন, কৰি আহি সিইতৰ ঘৰ ভাঙ্গি পেলাই সম্পত্তি সকলোকে লুট কৰিলে, আৰু কোনো কোনো মানুহক কিল মাৰ কৰি অনেক বলতকাৰ কৰিলে। পাচে চাই তাঁৰ মান বাটৰ ভিতৰৰ পৰা মাজিষ্ট্ৰেট সাহাবে আহি সিইঁতক দমন কৰিলে।

তুৰুক আৰু পাৰ্চি এই দুই ৰাজ্য জি ঠাইতে গোট খাই সেই সিমাৰ দেসত নেস্তৰিয়ান নামে এজাতি মানুহ আছে; সিবিলাক সকল নামেৰে খ্ৰিষ্টিয়ান হই, কিন্তু অতি অগিয়ানি; তথাপি সিবিলাক ৰোমান কাথলিক আৰু গ্ৰিক মত লোৱাবিলাকৰ নিচিনা ন হৈ ধৰম পুথিকে মান্য বুলি জানে। সিইঁতে চুৰিয়া ভাসাৰে কই। সোল বচৰ মান আমেৰিকা দেসৰ কেতবিলাক মিস্যনেৰি পাদুৰি সাহাবে সিইঁতৰ মাজত নিবাস কৰি ধৰম প্ৰবৰ্ত্তাবলৈ জতন কৰিছে; আৰু সিইঁতৰ কোনো কোনোএ ৰকপ মতে খ্ৰিষ্টত আস্ৰুই লৈছে। সেই নেস্তৰিয়ান লোকৰ জি সমুহ তুৰুক দেসৰ অধিন হৈছে, সেইবিলাকে পৰ্বতিয়া ঠাইত নিবাস কৰে, সিইঁতলৈ তুৰুক অধিকাৰে লগতেই খঙ্গ উঠি এক মচিদ ঘৰত সোমাই, আমাৰ অধিন জিমান খ্ৰিষ্টিয়ান লোক আছে, সকলোকে নষ্ট কৰিম, এজনকো জিয়াই ন থঁও, এনে সপত কৰিলে। ইয়াকে বুলি সৈন্যে সৈতে বিসয়াবিলাকে

গোট থাই একে বাৰে সিইতৰ ৩৭ গাঁও পুৰিলে গৈ, আৰু তাত থকা মানুহক বৰ যাতনা ৰূপে বধ কৰিলে, অৰ্থাত একে বেলিএই মাৰি পেলালে এনে ন হই, কিন্তু জি ৰূপে তিনি চাৰি দিনলৈকে অতিশই যাতনা ভোগ কৰি কৰি পাচে প্ৰান তিয়াগ কৰে, এনে অনেক প্ৰকাৰ দুষ্টালি উপাইৰ দোআৰাই ৩০০০ তিনি হেজাৰ মান মানুহ মাৰিলে। ।

---

শ্ৰীযুত বাবু আনন্দিৰাম ফুকন কৰ্ত্ৰিক

## ইংলণ্ডৰ বিবৰন।

An Account of England.

এই অসম দেস নিবাসি লোক সকলে স্বদেসত বাজে প্ৰিথিবিত আন আন জি সকল বৰ বৰ দেস আচে তাৰ একো কথাৰ ভু নে পাই, সেই হেতুকে সিবিলাকে আপোনাৰ দেস অতি দুৰ অৱস্থাত আচে বুলি নেজানে; এতেকে সম্প্ৰতি প্ৰিথিবিৰ ভিতৰত অতি আচৰিত জে ইংলণ্ড দেস তাৰে সংখেপ বিবৰন তলত লেখিলোঁ, তাক পৰ্হি মানিলে অনেক উপকাৰ দৰ্সিব।

ইংলণ্ড অৰ্থাত আমাৰ দেসাধিপতি ইংৰাজ সকলৰ দেস অসম দেসৰ উত্তৰ পচিমে, আৰু ইউৰপ নামে জি প্ৰিথিবিৰ এভাগ তাতে আচে। সি সাগৰৰ মাজত বৰ উপদিপ এখনৰ এভাগ আৰু দিঘলে ৪০০ মাইল পুতলে ২৮০ মাইল।

এই দেস জি দৰৰ ইংলণ্ড দেস সেই দৰৰ ন হই আৰু আটাই কথাতে লৰ। এই দেসৰ ভালেমান ঠায়েই হাবি আৰু পৰ্ব্বতিয়া; অনেক আঁতৰে আঁতৰে একো খনি সৰু সৰু নগৰ; আলিবিলাক প্ৰায়েই বেয়া আৰু অগম্য; লোক থকা ঘৰবোৰো প্ৰায়েই পজা একুটিৰ দৰে খেৰ বাঁহেৰে সজা; নৈত জি নাওবোৰ থাকে সিও ভোজা একুটিৰ দৰে সৰু, আৰু দহ দিনৰ বাট বিচাৰি ফুৰিলেও এখনি পৰ্হা সালি, গিয়ানৰ সভা, চিকিত্সালই, দুখিয়া দৰিদ্ৰ আৰু দেসৰ উপকাৰলৈ কোনো উপাই পোআ নে জাই। কিন্তু ইংলণ্ড দেসলৈ গৈ চোআ, গোটেই খন দেসেই ফুল বাৰি খনৰ বিচিনা মনোহৰ, এখামোচ হাৰিও নো পোআ, নানা বিধৰ শস্য হোআ পথাৰে চাৰি আচে; পৰ্ব্বত জি আচে তাতো মানুহৰ বসতি, আৰু বন হাবি সিও আপুনি হোআ ন হই, কিন্তু বৰ লোক সকলৰ মৃগয়াৰ নিমিত্তে তালেমান পুৰুসাৰ্থ কৰি মানুহে কইচে। দেস খনত অতি আচৰিত আচৰিত অনেক মহা নগৰ আচে; লোক থকা ঘৰবিলাক প্ৰায়ে ইটা আৰু সিলৰ, অনেক বিচক্ষন বিচক্ষন অট্টালিকা আচে, আৰু তাৰ হজুআৰ ঘৰো এই দেসৰ ধনৱন্তৰ ঘৰতকৈ ভাল; আলিবোৰ জে দেখিবা সিও কেতবোৰ বা সিলৰ কেতবোৰ বা ইটাৰ প্ৰায়েই পকি, আৰু তাৰে ৰাতিএ দিনে হেজাৰে হেজাৰে মানুহ আৰু ৰথ চলি থাকে; ইয়াত বাজে ৰেল্ৱৰ্হ নামে চাৰিও ফালে লোৰ বাট দেখিবা, তাৰে তাপৰ ৰথ জোআ অহা কৰে আৰু সেই ৰথেৰে এনে বেগেৰে জাব পাৰি জে দহ পোন্ধৰ দিনৰ বাট একে দিনে পোআ জাই; নৈবিলাকত ভাপৰ নাও বৰ বৰ জাহাজ ইত্যাদিএ ভৰি থাকে, আৰু বানিজ্যৰ সুগমলৈ চাৰিও ফালে মানুহে [illegible] কৰিচে; দেসৰ ঠায়ে ঠায়ে হেজাৰে হেজাৰে পৰ্হা সালি গিয়ানৰ সভা পাবা, আৰু জলেকে জোআ তাতে চিকিত্সালই আৰু দৰিদ্ৰৰ উপকাৰলৈ নানা ঠাই দেখিবা; তাত নৰিয়াক বিনা ধনে চাই আৰু দুখিয়াৰ দুখ বিমোচন হই।

ইংলণ্ড দেসক চলিচ প্ৰদেস কৰি ভাগ কৰা হৈচে; তাৰ সকলো নগৰতকৈ প্ৰধান ৰাজধানি লণ্ডন নগৰ। এই নগৰ এনেহে আচৰিত জে তাৰ বিবৰন অনেক অসমিয়া লোকেই ন পতিয়াব। লণ্ডন ইমানহে ডাঙ্গৰ জে তাত কুৰি লাখ মানুহ থাকে, আৰু দুই লাখতকৈ বৰ্হা পকি ঘৰ আচে। তাৰ আলিবোৰৰ তিনি ভাগ; মাজত বৰ বৰ সিলেৰে বন্ধাইচে তাতে ৰথ ঘোঁৰা চলে, দুই কোখৰে বৰ সুন্দৰ সুন্দৰ সিলেৰে বন্ধোআ তাতে মানুহ ফুৰে। প্ৰতি আলিৰ দাঁতিত খাৰৈ থাকে তাৰে নগৰৰ মলিবোৰ নৈত পৰে গৈ; আৰু এই দেসত জেনেকৈ নিলগৰ পৰা পানি আনিব লাগে তাত নে লাগে কিন্তু নগৰৰ মাজে জি থেমচ্ নদি বৈচে তাৰে দাঁতিত এনেহে একোটা কল কৰি থৈচে জে প্ৰতি ঘৰলৈ সিহৰ দুৱাৰে পানি জাই।

লণ্ডনৰ প্ৰতি আলিতে চাকি লগাই, আৰু একেটা আলিতে দিনত সাত হেজাৰ মান ৰথ অহা যোৱা কৰে! এই নগৰত থেমচ্ নদিৰ ওপৰে কেই খন মান বিচখ্যন বিচখ্যন সাকো আছে, তাৰে নৈৰ তলেদি পাৰ হৱ পৰাকৈ সুৰুঙ্গা বাট এটা জি কৰিছে, সি প্ৰিথিবিৰ মধ্যত এক আচৰিত কৰম; আৰু তাৰু সাজোঁতে ৪৫ লাখ ৰুপ খৰচ হৈছিল। এই মহা নগৰত বাজে লিৱৰপুল, ব্ৰিষ্টলকে আদি কৰি অনেক বৰ বৰ নগৰ আছে তাৰ কথা লেখা বৰ বাহুল্য।

ইংলণ্ড দেস স্বভাৱিকতে জদিও বৰ উৰ্বৰা ন হই তেও তাৰ লোকৰ পৰিস্ৰমৰ প্ৰভাৱত বৰ উৰ্বৰা হৈ নানা বিধৰ সস্য উত্পন হই। কিন্তু ইংলণ্ড সিল্প কৰমতহে প্ৰখ্যাত; এই দেসত জেনেকৈ কাপৰ হাতেৰে বই তাত তেনে ন হই, ভিন দেসৰ পৰা কপাহ নি ভাপৰ কলেৰে কাপৰ কৰে, আৰু এপথৰ বন এক মুহূৰ্তকত হই। ক্ৰিসি কৰমত ও ইংলণ্ড ঘাটি ন হই, অসমত জদি পুৰাৰ মাটিত দহ টকা উত্পন হই তাত দহ গুনে বৰ্হী হই, কিয়নো তাৰ খেতিয়কবিলাক বৰ্হী বুধিয়ক। ইংলণ্ডৰ বানিজ্য অসিম আৰু প্ৰিথিবিৰ সকলে ঠাইলৈকে ইংৰাজৰ জাহাজ বেপাৰলৈ জাই।

ইংলণ্ড দেসত প্ৰাই এক কোটি চলিচ লাখ মান লোক আছে। ইংৰাজ সকল অতি স্বাধিন অৰ্থাত কাৰো তলতিয়া হৈ থাকিব নো খোজে; সিবিলাক বৰ সাহিয়াল, পৰিস্ৰমি, আৰু সিল্প কৰম আদিত বৰ পাৰ্গত। প্ৰিথিবিৰ কোনো দেসত বিদ্যাৰ অনুসিলন বৰ্হাকৈ ন হই। ইংলণ্ডত ভাল মানুহৰ সন্তান সকলক পৰ্হাবলৈ অসংখ্য পৰ্হা সালি আছে, তাত বাজে জি সকল লোক দুখিয়া আৰু ধন ভগন কৰি পৰ্হিব নোৱাৰে সিইতৰ গিয়ানলৈ দেসৰ ধনৱন্ত সকলে আপোনাৰ ধনেৰে পৰ্হা সালি হেজাৰে হেজাৰে পাতিছে। এই ৰুপে দেসৰ আটাইৰে গিয়ান বাৰ্হি সুতৰাং ধৰ্মৱন্ত হৈছে। ইংৰাজৰ ভাসাৰে লাখে লাখে পুথি নানা বিদ্যা বিসয়ক আছে, আৰু লোকৰ এনেহে বিদ্যাত মন জে প্ৰাই নিত্তো নতুন পুথি ৰচনা হৈ আছে।

ইংলণ্ড দেসৰ আন আন ব্ৰিতান্ত জেনে আচৰিত তাৰ ৰাজ্য সাসনৰ কথাও তাতকৈ সৰু আচৰিত ন হই। সি ৰজা এজনা আৰু পাৰ্লিমেণ্ট নামে এখন বৰ সভাৰ দোআৰাই সাসিত হৈছে। দেসত বৰ বিসপ্পা আৰু বিস্যপ নামে জি ধৰম অধিপতি সকল আছে সিবিলাকৰ এক সভা, আৰু প্ৰজা সকলৰ প্ৰতি নিধিবিলাকৰ এক সভা, এই দুই সভাই পাৰ্লিমেণ্ট। সেই পাৰ্লিমেণ্ট দেস সাসনৰ বেৱস্থা কৰাই, আৰু খাটনি খনো তাৰ অনুমতিৰেহে লগা হই। এই ৰুপে ৰজাই স্বতন্ত্ৰ হৈ একোকে কৰিব নোৱাৰে আৰু বেৱস্থাত নিসেধ কোনো কৰম কৰিবৰ অধ্যায়। ইংৰাজৰ দেসত বচৰি একান্নন কোটি টকা কটল উত্পন হই।

আন সকলো কথাতকৈ ইংৰাজৰ বুৰঞ্জি জনা বৰ অৱস্যক। ১৯০০ বচৰৰ পুৰ্বে ইংৰাজবিলাক অতি অসভ্য আছিল। সিইতে কাপৰ পিন্ধিব নে জানি নাঙটে ফুৰি গাবোৰত আঁকিছিল, হাবিত বাস কৰিছিল আৰু গাঁত বা গচৰ ভালি আৰু পাতেৰে সজা ঘৰত থাকি মিগয়া কৰি ি মজহ পাই, তাকে খাই প্ৰান ধাৰন কৰিছিল। সিইত তেতিয়া নিচই অগিয়ান আছিল, আৰু পুৰোহিতইতেহে বিদ্যা জানিছিল। সিইতে প্ৰতিমা পুজা কৰিছিল আৰু অনেক অকৰমো কৰিছিল; এক সময়ত বনত ঘাটি দেৱতা ৰুষ্ট হৈছে বুলি তিনি স ভাল মানুহৰ লৰাক পুৰি বলি দিলে। আৰু সিইতৰ এই নিতি আছিল, বনৰ সময়ত কাঠৰ বৰ এক দেৱতাৰ মুৰ্তি চিলিঙ্গিৰ নিচিনাকৈ সাজি, সেই দেৱতা তুষ্ট হৱৰ নিমিত্তে বন জিকি ধৰি অনা মানুহবিলাকক সেই বৰ মুৰ্তিৰ ভিতৰত সুমুআই, হোম দি পুৰিলে। সেই ৰুপে মুৰ্তিৰ নকচা এটা তলত আছে, আৰু সেই নকচাৰ ভিতৰত চিলিঙ্গিৰ মাজে দি সুমাই দিয়া মানুহবোৰৰ মুৰ, হাত, আৰু ভৰি দেখা জাই পুৰ্বৰ ইংৰাজ সকল এই দৰৰ অসভ্য আছিল কিন্তু এতিয়া ক্ৰমে ক্ৰমে সিবিলাক প্ৰিথিবিৰ সকলো জাতিতকৈ পৰাক্ৰমি, গিয়ানি, ধনৱন্ত আৰু মহত হৈছে।



Burning of Captives by the Ancient Britons in Sacrifice to their gods.

এই বিবৰন পাঠ কৰি স্বভাৱিকতে আমাৰ মনত এটা প্রশ্ন ওলাই অর্থাত ইংৰাজ সকল এনে অসভ্য থাকিও জে আমাৰ দেসতকৈ বহু সভ্য হল ইয়াৰ কি হেত? ভাৰতবর্সৰ লোক সকল অতি পুর্ব্বে পৰা সভ্য হৈও জে একে দৰেই থাকিল বৰঞ্চ অসমিয়া লোক পুর্বতকৈ ধৰমত হ্রাসহে হল, ইয়াৰ বা কি কাৰন? হে অসম দেস নিবাসি লোক সকল, তোমোলাকে অলপ গমি চালেই জানিবা জে তোমোলাকৰ দুৰ অৱস্থাৰ হেতু তোমোলাকেই। দেখা প্রথমতে এই জগতত বিদ্যাৰ সমান আমাৰ মিত্র নাই, কিয়নো তাক জানিলে আমি গিয়ান পাঁও আৰু গিয়ানি হলে ইহকালত আদৰ সম্মান পাম এনে জে অমুল্য ৰতন বিদ্যা তাৰ তোমোলাকে একো মুল নে পাই নিচইকৈ অৱহেলা কৰিচা। তোমোলাকৰ পুর্ব পুৰুস সকলে এক প্রকাৰ বিদ্যাৰ আলোচনা কৰিচিল আৰু সেই নিমিত্তে সিবিলাকৰ অনেক গিয়ানি আচিল, কিন্তু এতিয়া তোমোলাকে কি সংস্কৃত কি ইংৰাজি একো বিদ্যা ন পঢ়ি পুর্ব্বৰ হোজা স্বভাও এৰি অগিয়ান আৰু টৈন্নৰ স্বভাও লবৰ উপক্রম কৰিচা। আমাৰ ইংৰাজ অধিপতি সকল কেনে বিদ্যোত্ত সাহি, সিবিলাকে স্বকিয় বিদ্যা সিকাই বঙ্গ দেসক সভ্য কৰিব ধৰিচে, তোমোলাককো সেই দৰে অনুগ্রহ কৰিব খোজে কিন্তু পসুক মানিক দিয়াৰ দৰে তোমোলাকে সেই অনুগ্রহ নো লোৱা আৰু আপুনি ধন ভাঙ্গিও ন পঢ়া। হাই হাই, কি আখেপৰ কথা! হে প্রিয় মিত্র সকল, জদি সভ্য আৰু গিয়ানি আৰু সুখি হবৰ বাঞ্চা কৰা তেন্তে টোপনিৰ পৰা উঠা। লৰা সকল, তোমোলাকে আটায়ে একে বাক্য হৈ কাৰো হাক নু সুনি বিদ্যাত আটায়ে চিত্ত আৰু সক্তি দিয়া! জি হেতুক ধনে সোনে গিয়ান দিব নোআৰে। পিত্রি মাত্রি সকল, আটাই কথাকে কাতি কৰি থোৱা, সন্তানক ধন আর্জ্জিব নি দি, বিদ্যা আর্জ্জিব দিয়া, কিয়নো সিইঁত অগিয়ান হৈ জি পাপ কৰে তাৰ দোসে তোমোলাককো ধৰিব আৰু তাৰ সলনি ইশ্বৰৰ সোধত তোমোলাকে দণ্ড নে পাঁও বুলি নে ভাবিবা। ধনৱন্ত লোক সকল, তোমোলাকেও আজিৰে পৰা উঠা, পুর্ব্বৰ প্রতিগ্যা এৰা, তোমোলাকৰ ধন মাটিৰ তলত মামৰে নষ্ট কৰিব নি দিবা, কিন্তু দেসত বিদ্যা ব্রিধিলৈ ধন ভাঙ্গা এই উপাই লোৱা দেস অৱস্যে, সভ্য আৰু গিয়ানি হব।

দুতিয়তে হে মোৰ অসমিয়া মিত্র সকল, বিদ্যা জেনেকৈ ইহকালত উপকাৰক আন একো তেনে ন হই; কিন্তু জদি সভ্য আৰু সুখি হব খোজা তেন্তে ক্রিসি আৰু সিল্প কৰমত ইংৰাজৰ দৰে পার্গত হবলৈ পুৰুসার্থ কৰা। তোমোলাক নিচই অগিয়ান আৰু সেই বিদ্যা ভু নো লোৱা, আৰু জানিবলৈকো স্রম ন কৰা। তোমোলাকে ভাপৰ ৰথ, ভাপৰ কল, ভাপৰ নাও ইত্যাদি কৰিব পৰা হলে, কেনে সুখি হলাহেঁতেন; এতিয়াও তোমোলাকৰ সাধ্যৰ বাহিৰ ন হই, তোমোলাকৰ ভিতৰৰ ধনৱন্ত সকলে এবেলি মাথোন কিচু ধন ভগন কৰি, ইংৰাজৰ সহাই লৈ, কেই জন মান দেসি ভাইক ক্রিসি কৰমৰ নানা জন্ত্র কৰি তাৰ বেৱহাৰ সিকাওক, আৰু নানা আচৰিত আচৰিত ইংৰাজি জন্ত্র সকল বুজাওক, ইয়াকে কৰিলে লোকে জদি তাৰ গুন দেখিলে, তেন্তে তাক নেৰি বৰ্ত্তাকৈহে সিকিব আৰু তেতিয়া দে-

খিবা, অসম দেস হাবি গুচি ফুল বাৰি হব, পজাৰ ঠাইত অট্টালিকা হব, ভোঙ্গা গুচি জাপৰ নাও হব, আৰু গোটেই দেস ধনময় হব।

অসমিয়া সকল, ইংৰাজতকৈ অসভ্য হোআৰ ত্রিতিয় হেতু কঁও সুনা। তোমোলাকৰ ভিতৰত বানিজ্যৰ অনুসিলন নিচইকৈ নাই, সকলে ধন মাটিত পুতি থৈ ভাল পাই, কিন্তু জিহৰ পৰা সেই ধনেৰেই ধন হই, তাক নিচিন্তে। ইংৰাজৰ সভ্যতাৰ যাই এক হেতু বানিজ্য, এতেকে জদি ধনৱন্ত হব খোজা, তেন্তে, সম্প্রতি বানিজ্যত প্রবর্ত্ত হোআ। জিসি কৰম নে বাহিঁলে বানিজ্যও নে বাৰ্হে, সেই নিমিত্তে দুইকো অনুসিলন কৰিবলৈ জতন কৰা।

কিন্তু হে মোৰ স্বদেসিয় বান্ধৱ সকল, আমাৰ দেসৰ দুৰঅৱস্থাৰ চতুর্থ আৰু যাই হেতু এই জে তোমোলাক কেৱে দেসৰ হিত নি চিন্তা, কেৱল আপুনি কেনেকৈ ভালে থাকা তাকেহে সদাই ভাবা। ওপৰত জি সকল উপাই দিলোঁ, সেই বিলাকৰ পৰা কি গুন হব জদি স্বদেসকে কেৱে মৰম ন কৰিলে? ইংলণ্ডৰ কত সদ লোকে দেসৰ হিতলৈ কোটি কোটি ৰূপ ভগন কৰিব লাগিচে! দেখা, আমাৰ দেসত কত ধনৱন্ত লোকে সিবিলাকৰ ধন মাটিৰ তলত পুতি থৈ, দেসৰ হিতলৈ এটকিও ভাঙ্গিব নো খোজে। জদি সকলে, একে বাক্য হৈ দেসৰ উপকাৰলৈ প্রতিগ্যা কৰে, তেন্তে কি হব নোআৰে? হে ধনৱন্ত সকল তোমোলাকে নিচই জানিবা জে ইশ্বৰে ধন সাঁচি থবলৈ, নাইবা আপোন সুখলৈ দিয়া নাই, কিন্তু তাৰে পৰৰ উপকাৰ কৰিবলৈহে দিচে; এই ভর্ৎসনা বাক্য সুনি অনেক সদ লোকৰ চিত্তে উৎসাহ পাই, দেসৰ দুর্ভাগ্য গুচাবলৈ উঠিব পাৰে, কিন্তু অকলে কি কৰিম বুলি, নৈৰাস ন হৈ স্ব স্ব সাধ্যানুসাৰে হিত কৰিব, এতেকে আনেও সিবিলাকক দেখি সেই ৰূপে হিত কৰিব।

হে কৃপাময় জগদিশ্বৰ, এই অসম দেসৰ লোক সকলক স্বদেস সভ্য গিয়ানি আৰু ধার্মিক কৰিবলৈ মতি দিয়া, সিবিলাকৰ অভাৱ আৰু দুৰঅৱস্থা জানিবলৈ সিবিলাকক গিয়ান দিয়া, আৰু তোমাৰ বিচিত্র সক্তিৰে সিবিলাকক সভ্য কৰা আৰু তোমাক জানিবৰ আৰু আগ্যা পালিবৰ জোগ্য কৰা। জি সময়ত অসম হাবি গুচি, ফুল বাৰি হব, নৈত ভোঙ্গা গুচি, জাহাজ হব, ঘৰ বাঁহৰ গুচি, সিল ইটাৰ হব, গাঁৱে গাঁৱে হেজাৰে হেজাৰে পৰ্হা সালি, গিয়ানৰ সভা, চিকিতসালই, দুখিয়া দৰিদ্র পৰিত্রানৰ আলই হব, আৰু জি কালত লোক সকলে পৰস্পৰ হিংসা ন কৰি, আটাইয়ে আটাইক ভাত্রিৱত্ চেনেহ কৰিব, কেৱে দুটকা কানিৰ সলনি মিচা সাখি নিদি, লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেঁটি পাইও কাৰো অন্যাই ন কৰিব, বেস্যা, কানি আৰু সুৰা এই কথা দেসত লোকে সু নো পোআ হব, সেই সময়, হে পৰম পিতা জগদিশ্বৰ, সিগ্রে ঘটোআ।



এদিষ্টন প্রদিপ ঘৰ।

The Eddystone Lighthouse.

ইংলণ্ড দেসৰ প্লিমথৰ পৰা সাত ক্রোচ মান দূৰ, সাগৰৰ মাজত, এদিষ্টন নামেৰে বৰ সিল পানিৰ অলপমান তলতে আচে, আৰু জেতিয়া বতাহ হোআ ধুমুহা হই, তেতিয়া ঢৌ বৰ ৰূপেৰে সিলত খুন্দা লাগি, আচাৰ মাৰি, পানি উখকৈ

চাটি মাৰি থাকে। দুৰৈ দেশৰ পৰা জাহাজবোৰ মহা সমুদ্ৰ পাৰ হৈ, নিৰবিঘিনিৰে ইংলণ্ডৰ ওচৰ চাপিলত, পাচে সেই শিলত খুন্দা মাৰি মানুহে সৈতে জাহাজ খনচেৰেক নষ্ট হৈছিল। এই হেতুকে জাহাজবোৰ অহা জোআ কৰাত, দেখিবৰ নিমিত্তে ৰাত্তি সদাই জুই জলাবলৈ, সেই শিলৰ ওপৰত ১৭০০ সনত অতি শ্ৰমেৰে ৭৭ হাত ওখ শিলেৰে বন্ধা এটা প্ৰদিপ দল সাজি এঁটালে। কিন্তু ১৭০৩ সনত জি ইংলণ্ড দেশত আগে সো হোআ এনে ধুমুহা এক তিৰে আহি, সেই দলটো সমুলি নষ্ট হল, আৰু দল সজা মানুহো সেই দিনত তাতে আছিল দেখি জুই ৰখিয়া মানুহে সৈতে মৰিল।

ইয়াৰ পিচত কাঠেৰে এটা দল সজা ৫০ বচৰ মান ভাল হৈ থাকি, জুই লাগি পুৰিলে। তাতে আকৌ ৫৫ হাত ওখ নতুন দল সাজিলে। তল ফালে শিল, ওপৰ ফালে কাঠ। সাজোঁতে তিনি বচৰ হৈছিল, আৰু মানুহবিলাকে অতি শ্ৰম দুখ পালে, তেও কাৰো প্ৰান হানি ন হল। এতিয়া ৮০ চাৰি কুৰিতকৈ অধিক বচৰ থাকিল; আৰু ইমান সকতকৈ সাজিলে দেখি স চেৰেক বচৰ থাকিলেও নষ্ট ন হব বুলি জানিচে। সাগৰত বৰ ধুমুহা হৈ ঢৌ অতি ওখকৈ আচাৰ মাৰিলেও তেও দলৰ জুই ৰখিয়া মানুহবিলাকে ভই নো হোআকৈ ভালে থাকে। পিচত সজা দলৰ নকচা ওপৰত লিখাআচে। সেই দলৰ তল তোখৰ, ডাঙৰ শিলেৰে থাপ কাটি খাঁজ খুআই ঘূৰনিয়াকৈ সকত ৰূপে সাজিলে, সেই দেখি ভাঙিবলৈ ভই নাই। জিৰূপে দলৰ তল তোখৰ শিল কাটি খাঁজ খুআই সাজিলে, তাৰ নকচা ইয়াত দেখা জাই। §



## অভ্যাসৰ ফল।

**Force of Habit.**

খেহ দেশৰ ৰজা এজনে নৈকে সিংহাসনত বহোঁতে আগ্যা কৰিলে বোলে, আগৰ ৰজাৰ দিনত জি জি মানুহবোৰক অন্যাইকৈ বন্দিসালত ৰাখি থৈচে, সেই সকলোবিলাক মুকলি হওক, নতুন ৰজাই এই আগ্যা দিলত বন্দিয়াৰবিলাকৰ মাজৰ অতিসই বুৰা মানুহ এজনে ৰজাৰ উচৰলৈ গৈ তেঁওৰ চৰনত পৰি এই দৰে কলে, বোলে খেহ দেশৰ হে মহা পিত্ৰি ৮৫ পঞ্চাসি বচৰ বয়সিয়া এনে মই বন্দি, মোক জে ২২ বচৰ বয়সত এটা বৰ বন্দিসালৰ গাঁতত থৈচিলে দেখা। মই একো অগৰ ন কৰাকৈ আৰু মোৰ অহিতে কোনো মানুহে সাখি নি দিয়াকৈএ মোক বন্দিসালত পেলালে। এতিয়া তিনি কুৰিতকৈ অধিক বচৰ অকল এন্ধাৰতে থাকি দুখ সহিবলৈ মোৰ সহজ হল। কিন্তু আপোনাৰ অনুগ্ৰহতে সূৰ্জৰ পহৰ ঐশ্বৰ্জ মই এই সমইত আকৌ দেখিবলৈ পাইচোঁ দেখি মোৰ মিত্তিৰ বা চিনাকি জি কোনোএ মোক বুৰা কালত সুশ্ৰূসা কৰি সহাই হব, এনে কোনো লোকক দেখা পাবলৈ বাটত ফুৰি ফুৰি বিচাৰি আচিলোঁ কিন্তু এতিয়া কাকো দেখা নে পালোঁ। মোৰ পৰিয়াল মিত্তিৰ সকলো মৰিল আৰু আটায়ে মোক পাহৰিলে। সেই নিমিত্তে হে মহা ৰজা মোৰ আয়ুসৰ সেস জি অলপ মান আচে, মই আগেএ থকা বন্দি সালত আকৌ থাকি মৰিবলৈ অনুগ্ৰহ কৰি মোক আগ্যা কৰোক। এই সুন্দৰ ৰাজ ঘৰতকৈ সেই বন্দি সাল মোলৈ অতি ভাল, ডেকা আৰু মধ্যম কালত তাতে আচিলোঁ তত্তে মোৰ সেস কাল নাথাকিলে মই বৰ দুখ আৰু অপমানহে পাম। §

---

এই অৰুনোদই পত্ৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মূৰত দিলে ১॥ চ মহা।

*The* ORUNODOI, *Printed and Published monthly at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

দুতিয় চোঙা।  মোং শিৱসাগৰ, মেই ১৮৪৭ খ্ৰিষ্ট অং সক।  নম্বৰ ৫।

VOL. II.  SIBSAGOR, ASAM, MAY, 1847.  NO. 5.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

এপ্ৰিলৰ ১৫ তাৰিখৰ পৰা ৬ দিন মানলৈ হিন্দু সাগৰত ধুমুহা বতাহ্ বৰ তুফান হৈছিল। ৰম্বাই নগৰৰ পৰা খেহ্ দেসলৈ জাঁওতে মেৰ্মেদ নামে এখান জাহাজ ১৯ এপ্ৰিলত ভাগি তল গল, আৰু সেই তুফানত ঠায়ে ঠায়ে অন্য একুৰি মান জাহাজ নষ্ট হল।

সেই মাহৰ প্ৰথম দিনত দৰখিয়া নামেৰে এখান জাহাজ কলিকতাৰ পৰা গৈ ভাপ জাহাজে টানি নিয়াত গধুলি ৫॥ বজাৰ সময়ত হুগলি নদিৰ মুখ পালেগৈ। তাতে লঙ্গৰ পেলাবলৈ উপাই কৰোঁতে ভাপ জাহাজৰ পানিৰ নিচান লোআ মানুহটে ১২ হাত মাধোন দ পানি পাই বৰ জাহাজ বৰলৈ বিঙ্গিয়াই কলে; তেতিয়াই কথা কওঁতেই জাহাজ লাগি একে বেলিএ লুটি খালে। তাতে সকলো মানুহ পানিত পৰিল; কিন্তু সাঁতুৰি সাঁতুৰি ভাপ জাহাজত উঠি ৰখ্যা পালে, এটা মাথোন মৰিল। পাচ দিনৰ ৰাতি পুআ জাহাজৰ আটাই খিনি তল গল; কেৱল মস্তুলৰ আগ ওলাই আছিল। সেই বালি চট আগেয়ে নাইকিছিল; মানুহে ন জনা নতুনকৈ হৈছে।

৩ ফেব্ৰুআৰিত থন্দৰৰলত নামে এখন ইংৰাজি ভাপ জাহাজ গুড হোপৰ ওচৰ পাই সিলত লাগি ৰল। জাহাজৰ তলত বাট ওলাই পানি ৰবকৈ সোমাই থকাত ১০০ মান মানুহে পানি সিঁচি আছিল, আৰু ৯। ১০ দিনলৈকে জাহাজ একআবলৈ বৰ স্ৰম কৰিও নোআৰি এৰি পেলালে।

অষ্ট্ৰেলিয়া দেসৰ আদিলেদ নগৰৰ পৰা এখান জাহাজ ইংলণ্ডলৈ জাঁওতে ১৮ বা ১৯ ফেব্ৰুআৰিত ৰাফ্কি নগৰৰ ওচৰত ভাগি তল জোআত সকলো মানুহ্ মৰিল। তাৰ কি হৈছিল, এই বাত্ৰা কবলৈ মানুহ কেও নাই; কেৱল মৰা স দুটা, চন্দুক কেইবাটাও আৰু তাকৰ টোপোলা ঢৌৱে বামত তুলি পেলালে।

২১ ফেব্ৰুআৰিত ইংলণ্ডৰ দাঁতিত এক নতুন জাহাজ সিলত লাগি ভাগি পাচে এবাই গৈ এটা বালি চটত ৰল। তাতে পানিৰ তল জোআত জাহাজৰ মানুহ দহোটা মস্তুলত উঠি আছিল। ভাটি বেলা ৪ বজাৰ সময়ত বামৰ মানুহে সিইঁতক দেখি এখন নাও পঠালে; কিন্তু সিইঁতক নৌ পাঁওতে জাহাজৰ মস্তুল ভাগি আটাই কেইটা পানিত পৰিল; পানিত এটা মৰিল, নটা ৰখ্যা পৰি বাম পালে।

আমেৰিকা দেসত নিবাস কৰিবৰ নিমিত্তে অক্টোবৰৰ ২৮ তাৰিখত অনেক জৰ্মানি লোকে স্তেফানি নামে এখান জাহাজত উঠি হাম্বৰ্গ নগৰ এৰি, পাচে ১৮ ডিচেম্বৰত আমেৰিকাৰ ওচৰৰ মহা. সাগৰৰ সোঁতে দি জাঁওতে জাহাজ তল গল। ১৬০ আঠ কুৰিতকৈ অধিক মানুহ্ মৰিল।

স্কটলণ্ড দেসৰ দুৰ্ভিখ্যৰ কাৰনে কলিকতাৰ পৰা চান্দা কৰি প্ৰাই এক লাখ টকা ধন দি পঠালে। আয়ৰলণ্ড আৰু স্কটলণ্ড এই দুই দেসৰ নিমিত্তে কেৱল এজনি মেম সাহাবেই ১১,৩০০ ৰূপ গোটালে।

ইংলণ্ডৰ মানুহে আয়ৰলণ্ড আৰু স্কটলণ্ড দেসৰ দুৰ্ভিখ্যৰ নিমিত্তে চান্দা কৰি ১৩ লাখ টকা দিছে; ৰাজ মেলেও খুআবৰ নিমিত্তে বিস্তৌ

নিস্তৌ বহু খৰচ দিচে। খাবলৈ নে পাই পঞ্চাস হেজাৰ মানুহ মৰিল।

কৰ্ক নগৰৰ ওচৰত থকা স্কল গাঁৱত দিনে পতি ২৫ পঁচিচ মান মানুহ খাবলৈ নে পাই মৰে।

মাৰ্চ মাহৰ ২৫ তাৰিখত ৰাজ আগ্যাৰ দোআৰাই ইংলণ্ড দেসৰ আটাই মানুহে লঘনে থাকি গিৰ্জা কৰি দুৰ্ভিখ্য হোআৰ কাৰনে ইশ্বৰক প্ৰাৰ্থনা কৰিচিলে।

ফ্ৰাঞ্চ দেসতো এঁকাল হৈচে, আৰু ইউৰপৰ আন দেসতো হব বুলি ভই কৰি কোনো কোনো দেসৰ ৰজাই বিদেসি লোকক ধান দি বেহা বেপাৰ কৰিবলৈ নিসেধ কৰে।

ৰমিয়া ধৰমৰ বৰ পাপাই আয়ৰলণ্ড দেসৰ দুৰ্ভিখ্যৰ কাৰনে গিৰ্জা ঘৰত প্ৰাৰ্থনা কৰিবৰ নিমিত্তে তিন দিন নিজোজন কৰি থৈচে। আৰু জিবিলাকে সেই তিনি দিন গিৰ্জালৈ গৈ পাচৰ দেওবাৰত ৰমিয়া পাদুৰিৰ হাতে প্ৰভুৰ ভোজন খাই, সাত বচৰলৈকে সেই সকলো লোকৰ পাপ খেমা কৰিম, ইয়াকে পাপাই প্ৰচাৰ কৰিচে। কিন্তু আমি জানিচোঁ, কেৱল ইশ্বৰে পাপ খেমা কৰিব পাৰে।

চুইচ দেসৰ চাফ্হচন নগৰত খোআ বস্তু অতি তাকৰ হোআ হেতুকে বজাৰত ধোঁৱাৰ আৰু গাধৰ মঙ্গহ বেচিবলৈ সেই নগৰৰ অধিকাৰে হুকুম কৰিচে।

ইংলণ্ড দেসৰ ব্ৰাদফৰ্দ নগৰত লো পগোআ এটা অগ্নি কুণ্ডৰ ওচৰত মাৰ্চৰ ৪ তাৰিখে দুই লৰা ইটে সিটক এটিয়া চক্ৰৰ ৰথত হেঁচি নি উমলি থাকোতে এটা লৰা গাঁতৰ ভিতৰলৈ পৰিল। ইটে এৰাও কৰাত ওচৰত বন কৰা এটা মানুহে আহি তললৈ চাই লৰাক জিয়াই থকা দেখিলে। তাতে দিঘল জৰকা নমাই গাঁতৰ মুখৰ ওচৰলৈকে তুলি আনিলত লৰাই জৰকা এৰি দি আকও তললৈ পৰিল। আধা ঘণ্টা মানৰ পাচে কোনো উপায়েৰে তুলি চাই, লৰা এগ্নাৰ এভোখৰ জেন দেখিলে। সেই মৰা লৰাৰ বয়স ১১ বচৰ হৈচিল। তাৰ নাম আইচক উআত্চন।

১৬ ফেব্ৰোআৰি তাৰিখত ইংলণ্ড দেসৰ দেবন্চিয়ৰ জিলাত পানিৰ দাঁতিএ জাঁওতে মানুহেৰে ভৰা ৰথ খন ঘাটৰ পৰা হুহকি পৰি দহোটা মানুহ মৰিল।

ইংলণ্ড দেসৰ কৰ্নেল হকৰ সাহাবে চিকাৰ কৰিবলৈ গৈ খাৰ আৰু সক গুলি ভৰ পোআ মান হিলৈত ভৰাই চৰাই এজাকত গুলিয়াই একে বেলিএ ১৭৯ চৰাই মৰা পালে, আৰু ভৰ কুৰি মান এধা মৰা হৈ গল, এই কথা ইংৰাজি সমাচাৰ পত্ৰত পাইচোঁ।

মাৰ্চ মাহৰ এদিনত ইংৰাজি দেসৰ ডেবন্পৰ্ত নগৰত মাচ ধৰা জাহাজ এখানৰ জাল খনচাৰেক পেলাই দি বহু মেকৰিল মাচ ধৰিলে। সৰহকৈ মাচ বান্ধ খালে দেখি জাল টানি নিয়াৰ ভই কৰি আন সক নাও মাত্তি বাহিৰে তাৰ জালো লগাই মাচ আটাইবোৰ তুলি ধৰিলে। পাচে লেখ কৰি চাই সেই বেলিএই ৪০,০০০ চলিচ হেজাৰ মাচ ধৰা হল; তাকে বেচি ৰুপ দুহেজাৰ পালে।

জানোআৰিৰ ২৬ ৰাতিত তুৰুক দেসৰ কন্স্তান্তিনপলি নগৰত জুই লাগি জলি থকা পৰ্বত উঠা দি উঠিচে; তাতে ৪ ঘণ্টাৰ ভিতৰত ১০০ মান তাজৰ ঘৰ পুৰিলে, অনেক সম্পত্তিও নষ্ট কৰিলে।

জৰ্মানি দেসৰ কাৰ্লচ্ৰুহ্ নগৰৰ ৰঙ্গ ঘৰত জুই লাগি ভিতৰত মানুহ সৰহকৈ থকাৰ কাৰনে হুৰা মুৰা কৰি বেগাই ওলাব নোআৰে দেখি ২০০ মান মানুহ জুইত পুৰি মৰিল।

হঙ্গাৰি দেসত বৰ দুৰ্ভিখ্য হোআত এটা মানুহে আপোনাৰ লৰা সকল পুহিব নোআৰি দুটা লৰা লৈ দানুব নদিলৈ গৈ সকটি পানিত পেলাই দিলে। পাচে লৰা ঢেল ওপঙ্গা দি পানি খাই দুখ পোআ দেখি মৰম লাগি আপুনি সাঁতুৰি আনিবলৈ জোআত সিও তল গল। তাতে বামত থকা লৰাটিএ কন্দা কোনো লোকে সুনি খেদি আহিলত, লৰাই কাকুতি কৰি কলে, মোৰ বোপাইক জদি ৰখ্যা কৰা মই এতিয়াৰ পৰা একো খোআ বস্তু নো খোজোঁ, এইমান দুখেৰে কান্দি কলত সিইতে পানিত পৰি বাপেকক তুলি আনিলে; সক লৰাটি নে পালে।

ইতালি দেসৰ বিচুবিয়চ পৰ্বতৰ পৰা ধুঁআ

আৰু জুই, তপত জোল ৰৰকৈ ওলাই আছে। ৰাতি দেখিবলৈ বৰ সুন্দৰ হোআত তাক চাবলৈ ওচৰ' থকা নাপলিচ নগৰৰ বহু মানুহে তালৈ নিত্তৌ গৈ আছে।

অৰিগন নদিৰ মুখৰ ওচৰত ফিচ্গাৰ্দ নামে এখান ইংৰাজি জাহাজ লঙ্গৰ পেলাই থকাত, ২৭ চেপ্তেম্বৰত বজ্ৰুপাত পৰি গোটাই খন জাহাজ বিদুলিৰ পহৰে জুৰিলে। তাতে জাহাজৰ কোনো কোনো মানুহ মুৰ্চ্চিত হৈ পৰিল, কিন্তু বজ্ৰুপাত চলিবৰ নিমিত্তে লোৰ ডাঁৰ সেই জাহাজত লগাই থোআ হৈছিল দেখি সেই লোহাত পৰি বজ্ৰুপাত পানিৰ তলত সোমাই গল; জাহাজৰ একো নষ্ট ন হল। লোৰ ডাঙ্গ ন হলে জাহাজত জুই লাগি নষ্ট হৈ মানুহ মৰিলহেঁতেন।

থেহ দেসৰ ওচৰৰ সাগৰত বহু ডকাইত জাহাজ থকাত সিহঁতক ধৰিবলৈ এক ইংৰাজি জাহাজ গৈ ডকাইত ৮৯ জনক ধৰিবলৈ পালে। পাচে সোধ পোচ কৰিলত দণ্ড কৰিবৰ নিমিত্তে থেহৰ অধিকাৰবিলাকৰ হাতত দিলে।

থেহ দেসৰ হোআঙ্গ নামে কোআঙ্গতং নগৰৰ অধিকাৰ আপোনাৰ মাকৰ মৰাৰ কথা সুনি সেই দেসৰ দস্তুৰ মতে তিনি বচৰলৈকে বিসয়ৰ কাম এৰি ঘৰত থাকিবলৈ ন গৈ মাক মৰাৰ কথা গুপুতকৈ ৰাখি কাম চলাই আছিল। থেহৰ কানন মতে এনে কথা সুনি পুতেকে জদি কাম নেৰে, তাক মৰাৰ দণ্ড কৰে। তথাপি থেহ ৰজাই হোআঙ্গৰ জগৰ সুনি মাৰিবৰ আগ্যা নি দি বিনই মাথোন গুচালে।



## খেতিয়কৰ দিষ্টান্ত।

The Parable of the Sower

প্ৰভু য়িচু খ্ৰিষ্টে প্ৰিথিবিত থাকোঁতে মানুহবিলাকত অনেক দিষ্টান্তেৰে উপদেস দিছিলে। এক দিন তেঁও নাৱত উঠি মানুহ এজুম তেঁওৰ ওচৰলৈ আহি ৰামত্তে থিয় হৈছিল। তেতিয়া প্ৰভুএ দিষ্টান্ত দি কলে বোলে, দেখা খেতিয়কে কঠিয়া সিঁচিবলৈ গল। সি কঠিয়া সিচোত্তে কেতবোৰ ৰটিৰ কাথৰত পৰিল, পাচে চৰায়ে আহি তাক খুঁটি খালে। কেতবোৰ সৰহ মাটি ন থকা সিলনিত পৰি, তাঠ মাটি নো হোআত লগত্তিলেই গজিল। কিন্তু বেলি ওলালত বদ লাগি তাৰ সিপা নো হোআত সুকাই গল। আৰু কেতবোৰ কাঁইটৰ মাজত পৰিল, পাচে কাঁইট বাঢ়ি তাক হেঁচি ধৰি মাৰিলে। কিন্তু জিবোৰ কঠিয়া ভাল মাটিত পৰিল, তাৰে কেতবোৰে এস, কেতবোৰে তিনি কুৰি, কেতবোৰে ডেৰ কুৰি গুন গুটি ধৰিলে। জাৰে সুনিবলৈ কান আছে সেয়ে সুনোক।

তেতিয়া তেঁওৰ সিস্যবিলাকে তেঁওক বুলিলে, তুমি এইবিলাকৰ আগত পটন্তৰ দি কথা কিয় কৈচা? তেঁও সিবিলাকক উত্তৰ দিলে বোলে, তোমোলাকক স্বৰগ ৰাজ্যৰ গুপুত কথা জানিবলৈ দিয়া হল, কিন্তু সিহঁতক দিয়া নাই। কিয়নো জাৰে আছে তাকে আৰু দিয়া হব, তেহে তাৰ সৰহ হব; কিন্তু জাৰ নাই তাৰ জি আছে তাকো তাৰ পৰা নিয়া হব। সিহঁতে দেখিও নে দেখে, সুনিও নু সুনে, আৰু নু বুজেও, এই কাৰনে মই সিহঁতক দিষ্টান্ত দি কথা কঁও। য়িচয়া ভবিস্যত বক্তাই জি কথা কলে বোলে, তোমোলাকে সুনোঁতে সুনিবা কিন্তু নু বুজিবা, আৰু দেখোঁতে দেখিবা কিন্তু নে জানিবা; কিয়নো এই মানুহে চকুৰে নে দেখিবলৈ আৰু কানেৰে নু সুনিবলৈ আৰু বুধিএৰে বুজি মন নে পালটাবলৈ আৰু মই সিহঁতক ভাল ন কৰিবলৈ সিহঁতৰ বুধি তোতোহা, সুনিবলৈ কানো গধুৰ, আৰু সিহঁতে আপোনাৰ চকু জঁপাই আছে, সেই কথাই এই মানুহত পুৰ হল। কিন্তু তোমোলাকৰ চকুএ আসিৰ্বাদ পাইচে, কিয়নো সেয়ে দেখে; তোমোলাকৰ কানেও আসিৰ্বাদ পাইচে, কিয়নো সেয়ে সুনে। তো-

মোলাকত মই চকপকৈ কওঁ, তোমোলাকে জিহ্‌কে দেখা, তাকে তালেমান ভবিস্যত বক্তা আৰু পৰমার্থিক মানুহে দেখিবলৈ ইচা কৰিও দেখিবলৈ পোআ নাই; আৰু জিহ্‌কে তোমোলাকে সুনা, তাকো সুনিবলৈ ইচা কৰিও সুনিবলৈ পোআ নাই।

এনেবেই তোমোলাকে কঠিয়া সিঁচা খেতিয়কৰ দিস্টান্তৰ অর্থ সুনা। বাটৰ কাখৰত পৰা কঠিয়াৰ অর্থ এই; জেতিয়া কোনোএ ৰাজ্যৰ কথা সুনি নু বুজে, তেতিয়া জিহ্‌কে তাৰ মনত সিঁচা গল তাকে পাপ পুৰুসে আহি কাহিঁ লৈ জাই। সিলনিত পৰা কঠিয়াৰ অর্থ এই; জি কোনোএ কথা সুনি ৰঙ্গ পাই তাকে তেতিয়াই লই, কিন্তু আপোনাৰ মনত কথাৰ সিপা নো হোআত অলপ দিন মাথোন থাকে, পাচে কথাৰ নিমিত্তে দুখ বা সত্রু হলে বেগতে মনত বেজাৰ পাই। কাঁইটৰ মাজত পৰা কঠিয়াৰ অর্থ এই; জি মানুহে কথা সুনি এই জগতৰ চিন্তাই আৰু ভুলাঁওতা ধনৰ লোভে কথা হেঁচি ধৰি গুচাই, তাতে তাৰ একো ফল ন হই। ভাল মাটিত পৰা কঠিয়াৰ অর্থ এই; জি জি মানুহে কথা সুনি বুজে, তাৰে কেতবোৰে এস, কেতবোৰে তিনি কুৰি, কেতবোৰে তেৰ কুৰি গুন গুটি ধৰে।

---

## মাউৰ কালত বুৰা দাঙ্গৰিয়াৰ মহত্মাৰ বিবৰন।

Superstitious Fears of the Asamese in times of Cholera.

নগাঁৱৰ জিলাৰ ওচৰৰ মৰি কলঙ্গৰ শ্রী বিভুৰাম হাজৰিকাই আপোনাৰ কুসলৰ নিমিত্তে ২৪ মার্চৰ ৰাতিতে বৰ সভা পাতি তালৈকে অনেক মানুহক মাতিচিল। পাচে আটাই মানুহ গোট খালত প্রথমতে কির্ত্তন পুথি পৰ্হিলে, পাচে কির্ত্তন সামৰি থৈ, আটাই মানুহ তিনি সাৰি হৈ নাম গাবলৈ ধৰিলে। পাচে নাম গাই থাকোঁতেই তাৰ মাজৰ পানিৰাম নামেৰে মানুহ এজন কাপৰ কানি এৰি, নাম গোআ মানুহবোৰৰ মাজৰ পৰা জাঁপ মাৰি পৰি, তাৰ মুৰটো জোকাৰিব ধৰিলে; আৰু বৰ জাৰে ধৰা মানুহৰ নিচিনা কঁপিবলৈ ধৰিলে। তাতে আটাই মানুহ বিস্মই হল; তেনেতে সি মাত লগাই কলে বোলে, মই কিয় আহিচোঁ তইঁতে মোক্ সোধচোন। তাতে মানুহবোৰে তামোল পান আগ কৰি দি আৰু বহিবলৈ আগলি কলাপাত দি সুধিলে বোলে, আপুনি বুৰা ডাঙ্গৰিয়া ইয়াকে আমি জানোঁ। আমাৰ দাই দোস এৰিব, কিয়নো আমি একো নে জানোইক, আমি মহা পাতকি। আৰু দেসত মাউৰ লাগি আন আন মানুহ মৰিচে, এতিয়া আমাৰ নো কি গতি হব? আপুনি আমাক অনুগ্রহ কৰিলে ৰখ্যা পৰিব পাৰোঁ। তাতে সেই মানুহটে কলে, মই তইঁতক ৰাখি আচোঁ। ইমান দিন তইঁতৰ একো হোআ নাই, এতিয়া মই জাঁও, সেই মাউৰে তইঁতৰ গাঁৱত সোমাবলৈ আহিচে, এতেকে মই লগতেই জাঁও, আৰু তইঁতে সভা কৰ নে ন কৰইক, তাকে মোৰ আগত ক। পাচে মানুহবোৰে কলে, জদি আপুনি সভা কৰিব দিচে, তেন্তে আমি কৰিম, এই বুলি কোআতে সেই মানুহটো সভাৰ মাজৰ পৰা উঠি গৈ বাটত ধাঁচ কৰে দিঘল হৈ পৰিল। পাচে উঠি আহি আন মানুহৰ দৰে ভাল হল।

২৮ মার্চত মানুহবোৰে গোট খাই, মাহ, চাউল, পিঠা গুৰি, গুৰ আৰু তামোল, পান আদি কৰি ঘৰে ঘৰে তুলি লৈ গাঁৱৰ মুৰত তিৰোতা মুনিহ সকলোএ গোট খাই, বৰ সভা কৰিলে, এই দৰে সেই ঠাইৰ মানুহে বুৰা ডাঙ্গৰিয়াকে মান কৰি থকাতো পাচে অনেক মানুহ মৰিল, এতিয়াও দুটা এটা মৰিবহে লাগিচে, এতেকে আমাৰ মনেৰে হলে বুৰা ডাঙ্গৰিয়াক মান্য কৰাৰ একো উপকাৰ ন হল।

এই দৰে অসমিয়া মানুহৰ মাজত কোনোএ কোনোএ মাউৰৰ সময়ত কলাৰ ভুঁৰ সাজি চাকি লগাই, চাউল, মাহ, গুৰ, ঘিঁউ আদি কৰি ভুঁৰৰ ওপৰত তুলি দি নদিতে উতাই পঠিয়াই। কোনোএ কোনোএ সেই দৰে চাগলিও দিএ, আৰু কোনোএ মাউৰৰ নাম কৰি ৰামতো এৰি দিএ পাচে এই সকলো বস্তু কাউৰে আৰু চোৰে খাই। ইয়াকে দিওতে ৰাজ্যৰ বিস্তৰ দুখ নাই কেৱলে টকাৰ হানি হই, কিন্তু বুৰা ডাঙ্গৰিয়াৰ কথা

জি লিখিচে তাতে মাউৰ গুচুক চাৰি বাৰ্হৈছে, কিয়নো মাউৰৰ কালত জেতিয়া এটা মানুহে ভই দেখাই, আৰু এই গাঁৱত অনেক মানুহ মৰিব বুলি কই, সেই ভয়তে পেট বৈ মাউৰ বৰ্হা হই। এনেকৈ জি মানুহে ভই দেখাই সি ফাটকত পৰিবৰ জোগ্য হই। আৰু আগেএ এটা সাহাবৰ দিনত এটা মানুহে আহি বুৰা ডাঙৰিয়া বুলি কলে জে এই জিলাৰ মাজত মাউৰ লাগি প্ৰায়ে সকলো মানুহ মৰিব। এই দৰে কৈ অনেক দিন ভই দেখালত কোনো কোনো মানুহে নাও তৈয়াৰ কৰি আন ঠাইলৈ জাবলৈ কাৰ্বাৰ কৰাত, পাচে শ্ৰী।বিচাৰপতিএ সেই বুৰা ডাঙৰিয়াক ধৰি আনি সোধ কৰি আগ্যা দিলে, জে জিমান দিনলৈকে তোৰ কথা ন ফলিয়াই, তিমান দিন'ভই ফাটকত থাক, এই দণ্ড পাই সি কঁপিব কঁপিবলৈ এৰিলে, আৰু সেই কালত বিস্তৰ মাউৰো নাচিল। আৰু কোনোএ কোনোএ মূৰ্ত্তি সাজি নদিৰ পাৰত থই, আৰু গধুলি গধুলি তাৰ আগত চাকিও লগাই থই, আৰু থায়ে থায়ে ক্ৰমে ক্ৰমে সকলো খনতে গধুলি হলে ধোল কোবাই গোটেই খনতে ফুৰি থাকে। কিন্তু আমি দেখাত এই সকলো মাউৰ গুচিব বুলি অনৰ্থক স্ৰম কৰা হই, আৰু আন ৰোগ জেনেকৈ আছে, ইয়ো ইশ্বৰৰ আগ্যাতে আছে। আৰু কেৱলে তেঁওৰ অধিন হৈ থাকে। আৰু ইয়াকে পাপৰ ফল বুলি নিচই জানিবা। এই নিমিত্তে পুজা পাটল এৰা, আৰু পাপ কৰম তিয়াগ কৰা উচিত, কেৱলে তাতেহে প্ৰভুৰ পৰম সন্তোস জনমোআ হই। দ.



## লৰা কালত সিখ্যা।

**Early Instruction.**

পিত্ৰি মাত্ৰিএ আপুনাৰ সন্তানবোৰলৈ কৰিব লগা উচিত কৰম এই, জে লৰাইতৰ আগত কোনো মন্দ আচাৰ, বা ক্ৰোধ, লোভ, মিচা কথা কোআ, বা হিংসা, মতোআল হোআ নিমৰমিয়াল আৰু দুষ্ট লোকেৰে সৈতে আলাপ, বা অহঙ্কাৰি হোআ এইবিলাক ন কৰাকৈ সদাই প্ৰেম খেমা সহন ভদ্ৰতা নম্ৰ ভাও পৰৰ উপকাৰ কৰা আৰু স্বৰুপ কথা কোআ এই সকল আচাৰ কৰি আপোন আপোন লৰাইতক কেৱল পৰমাৰ্থৰ কথা জেন সিকোআই কিন্তু মহা দুখৰ কথা এই জে অনেক অনেক পিত্ৰি মাত্ৰি আপোন আপোন লৰাইঁতৰ কুসললৈ ইচা ন কৰে কিয়নো আপোনাৰ লৰাইঁতক বিদ্যা নি সিকোআই কিন্তু সিইঁতৰ আগত অতি বেয়া আচৰন কৰে তাক দেখি সুনি লৰাইঁতে আৰু মন্দ হই পিত্ৰি মাত্ৰিবিলাকে আপোনাৰ লৰাইঁতক নিতি সিকোআৰ লাগে তাতে আপোনিও সিইঁতৰ আগত উত্তম আচাৰ কৰা জে হেতুক লৰা কালত সিকোআলে জি গিয়ান হই সেই গিয়ান অতি মুলিভুত তাৰ কথা চলমন নামে এক জন মহা ৰজাই কৈচে জে লৰাইঁতে কৰিব লগা জি কৰম তাক সিকোআলে সেই গিয়ান বুৰা কালতো নু গুচিব এই কথা অতি স্বৰুপ।

---

খ্ৰিষ্টত সম্পুৰ্ন ত্ৰান।

য়িচুৰ মৰনত ললে আস্ৰই,
বিশ্বাসে নাসিব মৰনৰ ভই;
বন্ধু হৈ থাকিলে ইশ্বৰ তনই,
জগত খন সত্ৰু হৈ থকাত কি হই?

য়িচুৰ নামে সকলোকে জই,
বন জুধ ন কৰাতো সত্ৰু বস হই;
তেজেৰে পাপিক তেঁও কৰিলে ক্ৰই,
মৰনৰ দ্বাৰাইহে জিৱন অধ্যাই।

য়িচুৰ ক্ৰিপা জি কৰে বিনই,
তেঁও তাক উধাৰিব মহা প্ৰলই;
বিশ্বাসি হৈ তেঁওত জি থাকে নিচই,
সেসত বাস কৰিব সুখৰ আলই।



A Garrow man in his War Dress.

গাৰোএ ৰনৰ সাজ পিন্ধি থকা নকচা।

# গাৰোৰ দেসৰ বিবৰন।

Account of the Garrows.

এই অসম দেসক চাৰিও ফালে পৰ্বতে বেৰি আছে, আৰু সেই পৰ্বতবিলাকত ভোট, অকা, আবৰ, চিংফ, ডফলা, খাম্‌তি, মিচিমি নগা আৰু গাৰোকে আদি কৰি অনেক জাতি পৰ্বতিয়া মা-

নূহ থাকে, সিহঁতৰ বিৱৰন জনা বৰ আৱস্যক; সম্প্ৰতি গাৰো সকলৰ কথা লিখি পাচে সিবোৰ জাতিৰ ব্ৰিত্তান্ত লিখিম।

গাৰোৰ দেসেই অসমৰ দখিন পচিম সিমা হৈছে। এই দেসক গোটেই পৰ্বতেই ঢাকি আছে, মাজে মাজে অলপ ভঁয়াম কিন্তু অনেক সৰু সৰু নদি আছে। পৰ্বতত আগৰ গচকে আদি কৰি নানা বিধৰ বিচখ্যন গচ হই আৰু ঠায়ে ঠায়ে খেতি কৰিলে ভালেমান সস্য হই। গাৰোবিলাকে অনেক কপাহৰ খেতি কৰে আৰু তাৰে ভঁয়ামৰ পৰা লোন, চাউল, সুকান মাচ, ধঁপাত, তামোল ইত্যাদি বস্তু সলাই নিএ।

গাৰো সকল নানা জাতিৰ আছে। উত্তৰত থকা আৰু দখিনত থকা এই দু বিধ অনেক কথাত লৰ। উত্তৰত থকা গাৰোবিলাক বৰ বলৱন্ত, দেখিবলৈ চুটি, আৰু তিৰোতাবিলাকে বৰ বৰ বোজা লৈ ফুৰিব পাৰে। সিহঁতে মেকুৰি সাপ ভেঁকুলি খাই, কিন্তু গাখিৰক বৰকৈ ঘিন কৰে। কুকুৰৰ মঙ্গহত সিহঁতৰ বৰ প্ৰিতি, আৰু কুকুৰক আগে পাৰে মানে চাউল খুআই, জুইত পুৰি সেই ভাত পেট ফালি উলিয়াই বৰ সোআদ বস্তু বুলি খাই। জেতিয়া দুই গাৰোৰ ভিতৰত দন্দ লাগে তেতিয়া নিৰ্বলিটো পলাই পৰ্বতত সোমাই গৈ, কিন্তু তেতিয়াৰে পৰা সিহঁতৰ হিংসা বাঢ়ে আৰু দুয়ো দুডাল গচ কই তাৰ ফলৰ ৰসেৰে সত্ৰুৰ মুৰৰ মঙ্গহ ৰান্ধি খাবলৈ সপত খাই। তাতে জদি কেৱে সপত ৰাখিব নোৱৰাকৈ মৰে তেন্তে তাৰ পুতেক নাতিয়েকে সেই সপত ৰাখে। পাচে প্ৰতিকাৰ কৰিবৰ উপাই পালে জি নিৰ্বলি তাক মাৰি মুৰটো কাটি আনি তাৰে আৰু সেই গচৰ ফলেৰে আঞ্জা ৰান্ধি মিত্ৰ কুটুম আটাইকে মাতি আনি ভোজ খুআই। ভয়ামৰ কোনো সত্ৰুক জিনিলে এই দৰে ভোজ ন খুআই কিন্তু কেতবিলাক মানুহ গোট খাই, মুৰবিলাকত খুলি, মদ ভাত সুমাই, নাচ গিতেৰে পৰ্বতত তোলে নি, তাতে মুৰবোৰ মাটিত পুতি থৈ, মঙ্গহ গেলি সৰিলে খোলাটো ঘৰত আঁৰি থই। এই দেসত টকা জি ৰূপে চলে তাত সেই মুৰো ভালেমান দৰত চলে।

গাৰোৰ খেলে প্ৰতি একোটা ৰজা আছে, সিহঁতে দন্দ হাই ভাজি সোধ পোচ কৰে। জি মিচা কই তাৰ প্ৰান দণ্ড হই। চোৰ ডকাইত সিহঁতৰ মাজত সৰহ নাই কিন্তু সিহঁতৰ হাতত সদাই দা থাকে আৰু সুৰা খাই মতলিয়া হৈ কটা কটি কৰে। মৰিলে জিয়টে আন এটা জন্তুৰ দেহত সোমাৰ বুলি সিহঁতে কই; আৰু ইশ্বৰ আছে বুলি এক প্ৰকাৰ মানে, কিন্তু সিহঁতৰ গোঁসাই ঘৰ কি মুৰ্ত্তি একো নাই, কেৱল আটাইৰে ঘৰৰ আগত পাতে সৈতে সুকান বাঁহ একোডাল ফুল আৰু সুতাৰে কোঁচা বান্ধি পুতি থই, তাৰে তলত সেৱা পুজা কৰে। সিহঁতে লেখিব পঢ়িব প্ৰায়েই নেজানে, আৰু কাপৰ বৱলৈকো এতিয়াহে কিছু জানিছে।

দখিনৰ গাৰোবিলাকো বলৱন্ত আৰু অতি সকত আৰু স্ৰমি; সিহঁতৰ নাক চেপেটা আৰু ওঁঠ ডাঙ্গৰ। সিহঁতে আন একো কাপৰ নি পিন্ধে কেৱল কঁকালত ঠেক এডোখৰ কানি মেৰাই। চুলিবোৰ পিঠিত পিতলৰ আঙ্গঠি একোটাৰে বান্ধে, আৰু কোনো কোনোএ চুলি কাটিও পেলাই। ৰজাবিলাকে মুৰত পাটৰ পাগুৰি একোগচ মেৰাই। কঁকালত ধন থোআ মোনা আৰু হোঁকা খোআ বস্তু থকা জাল মোনা একোখন লই। তিৰোতাবিলাক চুটি, পুকসমুআ, আৰু দেখিবলৈ অতি কুৰূপ। সিহঁতেও মুঠে কঁকালতহে এডোখৰ কাপৰ মেৰাই, আৰু কানত বৰ বৰ আঙ্গঠিবিলাক পিন্ধে। এই গাৰোবোৰেও আটাইকে খাই, জন্তুৰ তেজকো বাঁহৰ চুঙ্গাত পাগি, আৰু প্ৰাই সকলো জন্তুৰ মঙ্গহ কেঁচাই খাই। সিহঁতৰ মদত এনেহে প্ৰিতি জে কেচুআ লৰাকো গিলিৰ পৰা হলেই খুআৰ ধৰে। এই গাৰোইত বৰ বৰ চাঙ্গ ঘৰ কৰি তাতে লৰা তিৰোতা সমনিতে বাস কৰে। ইহঁত স্ৰিষ্ট, দুষ্ট ন হই, আৰু জি বোলে তাক ন কৰি নে থাকে; সিহঁত অতি ৰঙ্গিয়াল আৰু মুনিহ, লৰা, তিৰোতা, আটায়ে মদ খাই থিয় দি থাকিব পৰালৈকে নাচি থাকে। সিহঁতে এই ৰূপে নাচে; একুৰি বা ডেৰ কুৰি মানুহ এটাৰ পিচত আন হৈ একে সাৰিএ থিয় দি কঁকালত ধৰা ধৰিকৈ এখন ভৰিৰে জঁপি-

য়াই জঁপিয়াই গিত গাই ঘূৰি ফুৰে। তিৰোতাবিলাকেও এই দৰেই নাচে কিন্তু কঁকালত ন ধৰি হাতত ধৰা ধৰিকৈ নাচে, আৰু বাজনাৰ চেওএপতি এবেলি হাত এখন উধাই আৰু এখন নমাই।

বিয়া কৰাৰ নিৰ্বন্ধ দৰা কন্যাই গাৰে থিৰ কৰে; তাতে জদি কাৰো মাক বাপেকে বিয়া নিদিও বোলে তেন্তে সিইঁতক মাৰি কিলাই মান্তি কৰে। পাচে বিয়ালৈ এটা দিন থিৰ কৰি এই ৰূপে বিয়া কৰাই। জি সকলক বিয়ালৈ মাতে সিইঁতে কন্যাৰ ঘৰলৈ গৈ মদ খাই ওপৰত লিখাৰ দৰে নাচ বাজনা আৰম্ভ কৰে; তাতে কন্যাক নৈত গা ধুআই আনি সকলে মদ ভাতে সৈতে গাই বাই কন্যা লৈ দৰাৰ ঘৰলৈ জাব ধৰে। পাচে দৰাই সিইঁত পাৰ লগা হলে পলাবৰ ভাউ জোৰে কিন্তু তাক ধৰি আনি কন্যাৰ দৰে ঘাটত নোআই নি। তাতে তাৰ মাক বাপেকে কন্দা কটা কৰি ধৰি বাধিব খোজে কিন্তু অলপৰ মূৰত দৰাটিক গাই বাই কন্যাৰ ঘৰলৈ নি এহাল কুকুৰা বলি দি ভোজ খালে বিয়া সম্পূৰ্ন হই।

এই গাৰোইতে মানুহ মৰিলে জি সকল কৰম কৰে সি আৰু আচৰিত। সটোক চাৰি দিনলৈকে এনেই ৰাখি পাচে ঘৰৰ ওচৰত চিতা এখন কৰি সটো সক নাও এখনত ভৰাই তাৰ ওপৰত তুলি দিএ। দুপৰ নিসা হলে মৰাটিৰ লাগতিয়াল বস্তু জি থাকে সি চিতাত জুই লগাই দিএ, পাচে আটায়ে মদ ভোজ খাই, নাচি গাই বন্দ কৰে। সটো পুৰিলে তাৰ চাই খনি জঙ্গে চিতা কৰে তাতে পুতি তাৰ ওপৰত এটা ঘৰ সাজি থই, তাৰে ভিতৰত এমাহ বা তাতকৈ বৰ্হা দিনলৈকে নিতৌ বাতি এটা চাকি লগাই, আৰু ঘৰৰ চাৰিও কালে মৰাটিৰ কাপৰবিলাক আঁৰি দিএ। মৰাটো বৰ লোক হলে চিতাৰ চাৰিও কালে কাপৰ আৰু ফুল দিএ, আৰু এটা দমৰা গৰু কাটি সটে সৈতে মুৰটো পোতে। কোনো সামান্য ৰজা এটা মৰিলে তাৰ গোলাম এটাৰ মূৰ কাটি তাৰ সৰে পোতে, কিন্তু কোনো বৰ ৰজা মৰিলে তাৰ বন্দিইতে ভঁয়াম নামি এটা মানুহৰ মূৰ কাটিনি সিএ সৈতে পোতে। বৰ ৰজাবোৰৰ মৈদামত অনেক জন্তুৰ মূৰ্ত্তি কৰি থই।

গাৰোবিলাকে মহাদেও আৰু চন্দ্ৰ সূৰ্জক ইশ্বৰ বুলি মানে আৰু মুখ্য দেৱতা সকল পৰ্ব্বতত আচে বুলি জানি গৰু চাগলি কুকুৰ আৰু গাহৰি বলি দিএ। সিইঁতে এই দৰে সপত খাই; এটা সিলৰ ওপৰত থাকি আগে তাক সেৱা কৰি হাত জুৰকৈ পৰ্ব্বতৰ পোনে একে ঠৰে চাই, মহাদেৱক মিচা কই নে সঁচা কই তাতে সাখি থাকিবলৈ মাতে। কেৱে বা বাঘৰ হাৰ এডোখৰ কামোৰ মাৰি লৈ বা দাত ধৰি সপত খাই। জি মানুহে পৰদাৰ কৰে তকা দিএ বা মানুহ মাৰে তাৰ প্ৰান দণ্ড হই। সক সৰ্ক দাইত ধন উঁৱলই, আৰু সেই ধন মদ খোআত ভগন কৰে। কোনো ৰাজহৰ মেল কৰিব লগা হলে গাৰোবিলাকে ৰনৰ বেসেৰে অৰ্থাত এখন কলা কাপৰ পিন্ধি আৰু গাঁতি মৰা নিচিনাকৈ লৈ, হাতত ঢাল আৰু দা লৈ, ঘুৰনিয়াকৈ আগত দা চুটি ৰহি মেল কৰে আৰু ৰন কৰাৰ মেল হলে ততালিকে ৰনলৈ ওলাই, কিন্তু আন মেল হলে মদ ভাত খাই মেল ভাঙ্গে। তিৰোতাবিলাকেও মুনিহৰ দৰে সেই মেলত বহে। গাৰোৰ নৰিয়া হলে সিইঁতৰ দেৱতাক বলি দিএ, সিইঁতৰ পৰ্ব্বতত হোআ বনৌসধিৰ গুন জানে হই কিন্তু ঔসধতকৈ মন্ত্ৰকহে বৰ্হাকৈ মানে। তিৰোতাৰ প্ৰসৱ কালত বাঘৰ নাক ভিজিত আঁৰি দিএ, আৰু সাপৰ মোটে সকলো বিয়াধিকে গুচাই বুলি ভাবে। সিইঁতে টিকা দিএ। সিইঁতৰ কেৱে কেৱে অতি আচৰিত ৰূপে বলিয়া হই, অৰ্থাত জাৰ হই সি মানুহৰ সঙ্গ এৰি বাঘৰ দৰে ফুৰে হেতুকে সেই বলিয়া হোআকে "বাঘ হোআ" বোলে। আদিতে জাক এই ৰোগে ধৰে সি আপোনাৰ চুলি উঘালি কানৰ অলঙ্কাৰবোৰ আজুৰি কান চিঙ্গে। এনেকৈ বলিয়া হৈ দহ পোন্ধৰ দিন মানলৈহে থাকে। গাৰোইতে কঁপালত কিবা দৰৱ দিয়াৰগুনে এনে হই বুলি কই, কিন্তু অনুমান হই সদাই মদ খাই মত্তলিয়া হোআৰ নিমিত্তে এনে হই। ☀

*The* ORUNODOI, *Printed and Published monthly at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

দুতিয় চোঙা। মোং শিৱসাগৰ, জুন ১৮৪৭ খ্ৰিষ্ট অং অঁক। নম্বৰ ৬।

VOL. II. SIBSAGOR, ASAM, JUNE, 1847. NO. 6.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

মেই মাহৰ ৯ তাৰিখত এজন সাহাবে সুন্দৰবনত চিকাৰ কৰি এটা বৰ মৰলি সাপ বন্দুকেৰে মাৰিলে। পাচে কলিকতালৈ সাপটো নিলত সকলো মানুহ চাবলৈ ওলাল। তাতে এজন মানুহে কটাৰিৰে তাৰ পেট ফালিলত এটা বৰা গাহৰি পুৰে ওলাল। কি ৰূপে এইমান ডাঙৰ বস্তু গিলিলে, তাত সকলো বিস্মই হল। সাপটো দিঘলে ১১ হাত, বেৰে এহাত মাধোন।

২৫ মেই তাৰিখত ক্যামজি কাৱাচ্‌জি নামে এখান জাহাজ কলিকতা এৰি সাগৰলৈ জাওতে জাহাজৰ আগ ফালে ভিতৰত জুই লাগিল। তাতে লস্কৰ কুলিক মাস্তিলত কেৰে নাহে; আৰু পানি তোলা পাত্ৰ সকলো লুকুআ হল। তথাপি স্ৰমেৰে পানি তুলি জুই নুমালে, পাচে তলত বিচাৰি জুই ভৰোআ এটা পাত্ৰ আৰু তাৰ ওপৰত মৰাপাট ফটা কাপৰ আদি কৰি দমাই থোআ দেখিলে। তাতে জাহাজৰ গৰাকিএ জানিলে, লস্কৰে জুই লগাই দিলে; সিহঁতে মাহ চাৰেকৰ ধন আগেয়ে লৈচিলে; জাহাজ পোৰা হোআ হলে, সিহঁতৰ লগত জোআ জাহাজ এখানত উঠি ৰখ্যা পৰাত সিহঁতৰ জগৰ কেৰে নে জানিলেহেঁতেন।

ননুচাই নামে কলিকতাৰ এটা মানুহে আপোন তিৰোতাই সৈতে ঘাঁহ কাটিবলৈ গলত সিএক ঘৈনিএকে দন্দ লাগি কাচিৰে সৈতে তাইক কাটি এধা মৰা কৰি তাইৰ কোলাত থকা পিয়াহ খোআ লৰাক বধ কৰিলে। তাৰ হাত সাৰি ঘৰলৈ গৈ তিৰোতাও পাচ দিনা মৰিল। পাচে সেই মানুহক ধৰি আনি নগৰ কৌজদাৰিত দোষ পোচ কৰাত ফাঁচি দিবলৈ আগ্যা হল।

মান্দ্ৰাজ নগৰত থকা মুনচিয়া নামে ১০।১২ বচৰিয়া এজনি সৰু চোআলি খ্ৰিষ্টিয়ান ধৰম লবৰ মনেৰে পাদুৰি সাহাবৰ ঘৰলৈ গৈ থাকিল। পাচে বাপেক মাকে মান্তি ন হৈ জিএকক পুনৰ পাবলৈ বিচাৰ কৰ্তাত আৰ্জি কৰিলে। তাতে বিচাৰ পতিএ সকলোকে মাতি অনাই চোআলিৰ কিমান বয়স, আৰু কি কাৰনে খ্ৰিষ্টিয়ান ধৰম লই, তাকে সোধোঁতে সেই চোআলিৰ ককায়েকে তাইৰ ওপৰত জাঁপ মাৰি তিৰ্ক্ত ধৰি আটাইৰে আগতে বধ কৰিবলৈ ধৰিলে। পাচে তাইক স্ৰমেৰে এককাই নি গোচৰ ভাঙিবৰ নিমিত্তে মেই মাহৰ ৩ তাৰিখলৈ ৰাখি থলে। সেই দিনা বিচাৰ পতিএ আকও তজবিজ কৰি চোআলিৰ বুধিৰ বয়স হোআ জেন জানি পাদুৰিৰ ঘৰতে বা বাপেকৰ ঘৰতে চোআলিৰ মন খুচিএৰে থাকিবলৈ আগ্যা কৰিলে।

খেহে সৈতে মিল কৰাত ইংৰাজিএ কান্তন নগৰত অহা জোআ কৰি থাকিৰ পাৰে, খেহবিলাকে এই নিয়ম কৰিলে; কিন্তু পাচে কুসল ৰূপে অহা জোআ কৰিব নি দিলে। তাতে ইংৰাজ মানুলিত থকা চেৰ জন ডেবিচ সাহাবে তিনি খন জাহাজ আৰু অনেক সেনাবোৰক লগত লৈ কান্তন নদিৰ মুখলৈ গৈ আটাইবোৰ কোঁঠ জুধ কৰি ললে; আৰু ৮২৭ বৰ টোপ কাৰ্হি লৈ নষ্ট কৰিলে। পাচে খেহবিলাকে উচিত ৰূপে নিয়ম পালন কৰিবলৈ কথা বাঙ্খিলত আকও মি কৰা হল।

বৰ্নিয় উপদিপৰ ওচৰত থকা সাৰোআন

মাজুলিত ৮ ডিচেম্বৰত নিবাস কৰিবলৈ মহা ৰানিৰ নিচান পুতি থলে; আৰু বৰ্নিয় দেসৰ অধিকাৰবিলাকে সৈতে কথা হৈ নিয়ম খিৰ কৰিলে। কিন্তু ঠাই বৰ ভাল ন হই, আৰু দু-জন সাহাবৰ জৰ হৈ তাতে মৰিল।

জোৱা বচৰৰ আগষ্ট মা-হৰ ইংৰাজি দেসৰ চেস্তৰ-ফিলদ নগৰত কোনো লোকে কিহ্বাৰ হাৰ মঙ্গহ পাই মেৰ চাগৰ বুলি জানিলে, কিন্তু বিচাৰি চাই মানুহৰ মুৰৰ খোলা, আৰু চোলা, চেঙ্গা, গামোচা আদি কৰি কাপৰো পালে। গামোচাত জ. ক. এই দুটি আখৰ লিখা আছিল। পাচে সকলো মা-নুহে বাত্ৰা সুনি চাবলৈ আ-হি, এজনি তিৰোতাই বোলে, জৰ্জ কলিচ নামেৰে এজন মোৰ চিনাকি মানুহৰ এই গামোচা মই চিনোঁ। তাতে বিচাৰ পণ্ডিএ অন্য অন্য লো-কক অনাই সুধিলত এজন মানুহে কথাৰে এই প্ৰমান দিলে; ১৮৪৫ বচৰৰ ৭ ডিচেম্বৰ ৰাতি জন প্লাতচ আৰু জৰ্জ কলিচ থকা পহু মৰাৰ ঘৰৰ ওচৰত জাঁওতে দুই কোবৰ মাত সুনিলোঁ, পাচে কোনো মৰা মানুহৰ দৰে কেঁকনি সুনিলোঁ। তাতে ভই পাই মোৰ ঘৰলৈ গৈ তিৰোতাক কলোঁ, প্লাতচৰ ঘৰত কোনোবা মানুহক বধ কৰা গম পাই আহিচোঁ। পাচে ভনি আৰু তিৰোতাক লগত লৈ আকও সেই ঘৰলৈ গৈ দুআৰ মৰা পালোঁ। তাতে প্লাতচক সুধিলোঁ, তুমি কি কৰিচা? তোমাৰ লগত কোন আচে? সি কলে, কেও নাই; কটিকা খাই মোৰ মুৰ বিসাইচে, সেই দেখি সুবলৈ ধৰিচোঁ। তাতে আমি কলোঁ, দুআৰ মেলিলে পানি আনি দিম কিন্তু সি দুআৰ নে মেলিলে। তাৰ কিচুমানৰ পাচে সি আপুনি ওলাই আন ঘৰত সোমাই আঙুলি কাটিচে বুলি তেজ ধুবলৈ পানি

খুজিলে। সেই সকলো সাখিৰ কথা সুনি বিচাৰ পণ্ডিএ এই বচৰৰ ১০ মাৰ্চত তাক ফুসি বুলি জানি ফাঁচি দিয়াৰ হুকুম কৰিলে। দণ্ডৰ আগ্যা সুনি-লত সি সকলোকে সৈ কাহিঁলে।



A Drop of Water as seen through a large Microscope.

এটোপা নিৰ্ম্মল পানিৰ ভিতৰত থকা জন্তুৰ নকচা।

আটাই পানিৰ ভিতৰত সৰু সৰু অনেক জন্তু আচে; চকুৰে মনিব নোআৰে, ওচৰত দেখা দুৰ্বি-নেৰে সৈতে দেখিব পাৰে। এজন গিয়ানবন্তে এই দৰে এটোপা পানি চাই ওপৰৰ নকচাৰ জন্তু-বিলাক দেখিলে। ইয়াৰে আমি জানিচোঁ, ব্ৰাহ্মন মহন্ত আদি কৰি প্ৰিথিবিৰ সকলো মানুহে পানিৰ লগতে এনে জন্তু লাখ লাখ খাই আচে।

ইউৰপৰ মাজত ১০। ১২ বচৰৰ মুৰত আঁকাল হৈ হৈ থাকে, আৰু ৫৪ চৌৱন বচৰ মানত বৰ দুৰ্ভিখ্য হই। এইবিলাক সকত আঁকাল হৈছিল; ১৭৬২—১৭৭২—১৭৯৩ বৰ আঁকাল—১৮০৪ ১৮১৫—১৮২৫—১৮৩৬—১৮৪৭ বৰ আঁকাল।

আয়ৰলণ্ড দেসৰ বাবিংতন গাঁৱত ফেব্ৰুআ-ৰি ২২ তাৰিখত কেতেৰিন কগান নামেৰে এজ-

নি মানুহে ৯০ বচৰ হোআ এক বুৰি তিৰোতাৰ ঘৰ আৰু মাটি এপুৰা মান পাবৰ এসাৰে সেই বুৰি জনিৰ মুৰ ভাঙ্গি মৰা ন ঘৰৰ ভিতৰত থৈ দুআৰ বান্ধি এৰি গল। পাচে অধিকাৰবিলাকে বাত্ৰা শুনি তাইক আগলৈ অনাই সোধপোচ কৰি ফাঁচি দিবৰ আগ্যা কৰিলে।

ইউৰপত থকা য়িহুদিবিলাকৰ সংখ্যা; ইতালি দেসত ৫০,০০০; জৰ্মানি দেসত ৮০,০০০; ইংলণ্ডত ৩০,০০০; দেম্মাৰ্ক আৰু চুইদন দেসত ৫,০০০; ৰুচিয়া দেসত ৬০,০০০; পোলণ্ড দেসত ১৫,০০,০০০; হঙ্গাৰি দেসত ১,৬০,০০০; তুৰুক দেসৰ ইউৰপিয়া ভাগত ৩,০০,০০০; ইউৰপৰ আন আন দেসত ১০,০০,০০০; সৰ্ব্বমুঠে ৩১,৮৫,০০০।

ইংলণ্ড দেসৰ বাৰঞ্চলি গাঁৱৰ ওচৰত ৬ মাৰ্চৰ তিনি পৰ বেলাত নাগ মাটি খনা এটা গাঁতত বিসম বায়ু গোট খাই অকস্মিতে জুই লাগি গাঁতৰ মুখৰ পৰা সিল, কাঠ আদি কৰি অনেক বস্তু তিনি চাৰি কুৰি হাত ওপৰলৈকে উৰাই নিলে। ভিতৰত ৯৫ মানুহে কাম কৰি আছিল, সেই সবদ শুনি গাঁৱৰ পৰা বহু মানুহ লৰি আহি তলত থকা মানুহৰ মাক তনিএকে কান্দি কাটি বৰ হুৰা মুৰা কৰিলে। জেতিয়া গাঁতৰ পৰা ধুঁআ অলপ গুচিল, তেতিয়া কোনো মানুহে নামি সোমাই তলত থকা আধা মৰা মানুহৰ বৰ কন্দা কটা শুনিলে। পাচে ক্ৰমে ক্ৰমে তুলি উলিয়াই যা ন লগাকৈ ভালে থকা ১০ টা মাথোন পালে। তিন দিনৰ ভিতৰত ৬৬ মানুহ পালে; কেতবোৰ তোথৰতোথৰ হৈ গল, কেতবোৰ সিল পৰি মৰিল, কেতবোৰ জুইৰে আধা পোৰা হল, কেতবোৰ অলপকৈ পোৰাত কলা হৈ চকু মেলি থকাতে মৰিল; আৰু কেতবোৰ আপোনাৰ পৰিয়ালে চিনিব নোৱৰা হল। পাচে জিবোৰ তলত থাকিল ক্ৰমে উলিয়ালে, তিনটা মাথোন মাটিএ ঢকাত বিচাৰি নে পালে। মুঠে প্ৰাই ৮০ চাৰি কুৰি মৰিল। সেই গাঁত ৫৬৬ হাত দ; এওঁৰ মান বেলিৰ বাট বহল; তাৰ পৰা তালেমান বচৰ নাগ মাটি খানি উলিয়াই আছিল; আৰু বহু পানি সিঁচি তুলি থাকে।


Explosion of a Colliery near Ba nsley, March 6, 1847.

আয়ৰলণ্ডৰ পৰা ৭ দিনৰ ভিতৰত ৫০,০০০ পঞ্চাশ হেজাৰ মানুহ সাগৰৰ মুক্তি পাব হৈ লিবৰপুল নগৰত সোমালহি।

উআৰিংষ্টন গাঁৱত আয়ৰিচ মানুহ এজনে ৰবকৈ কান্দি মাগন কৰাত গাঁও বুৰাই তাৰ কথা সোধ পোচ কৰি তাৰ হাতত চাবনৰ লাৰু এটা দেখি সবলৈ ধৰাত সি কাকুতি কৰি বুলিলে, মই বৰ দুখিয়া হলেও গা কাপৰ নিকা কৰি ৰাখিবলৈ চাবন নো হোআকৈ থাকিব নোআৰোঁ। কিন্তু গাঁও বুৰাই তাৰ কথা নু সুনি চাবন লৈ কটাৰিৰে ফালিলত ১০ টকা সোন ওলাল।

ইংলণ্ডৰ বেৰিচেষ্টেৰ্ষ্টঙ্ক গাঁৱৰ জন ফষ্টৰ নামে মানুহে ১৮ বছৰিয়া চোআলি লৈ বিয়া কৰিলে। তাৰ ২১ দিনৰ পাচে সি অকস্মিতে মৰিলত পুতি মৈদাম বান্ধিলে। মাহ্ চাৰেকৰ পাচে গাঁৱৰ মানুহে তাৰ কথা কোআ কুই কৰি কোনোএ বিহ্ খুআই মৰা বুলি সংশ্লই কৰিলে। তাতে বিচাৰ কৰ্ত্তাই মৰা স খানি উলিয়াই ডক্তৰৰ হাতত দিয়াত ডক্তৰে বিচাৰি পেটত বিহ্ পোআ হল। পাচে সাখিৰ কথা সুনি এই সকলো কথা থিৰ হল; ১৭ নৱেম্বৰৰ দিনত সেই তিৰোতাই খানাত দিবলৈ দুটা পখৰাই পগালে। গধুলি পৈএক আহিলত তাইৰ ককায়েকে লৈতে তিনটাই খাবলৈ বহিলত, এটা পখৰাই পৈএকক দিলে, সেস থকাটো ককায়েকে লৈতে বাঁটি খালে। পৈএকে আপোনাৰ জেঠেৰিএকক পখৰাই একাল দিবলৈ ধৰাত তিৰোতাই দিব নিদিলে। খোআৰ পাচে সেই মানুহৰ পেট ৰবকৈ পুৰি বঁতিয়াই থাকি পাচ দিনা মৰিল। মাউৰে খবিচে বুলি পুতি থলে; কিন্তু তাৰ বাঁতি পেলালত কেতবোৰ কুকুৰাই খাই পৰি মৰি গল। মাৰ্চ্চ মাহৰ ২৭ তাৰিখত লোধ কৰি বাৰে জন চাহ্নিচৰ দোআৰাই তিৰোতা ধৰা পৰিল। বিচাৰ পণ্ডিএ দণ্ড আগ্যা কৰাত তাই একো ন কন্দা নি চিন্তাকৈ বহি আচিল।

১৭ এপ্ৰিল তাৰিখত সেই মানুহ জনি ফাঁচি দিয়া হল। নৌ মৰোঁতে আপোনাৰ দোস লৈ কাহিঁলে, আৰু কৈছিলে, মাৰিবৰে পৰা মোৰ পৈৰ মুৰ্ত্তি চকুৰ আগত সদাই থাকে।

## তামাখু জি মন্দ গুন তাৰ বিবৰন।

**Injurious Influence of Tobacco upon Life and Health.**

ডাক্তৰ ফাঙ্কলিন সাহাবে পৰিখাৰ দোআৰাই থিৰ কৰিচে, জে ধঁপাত খাবৰ পাচে সেই হুকাৰ পানিৰ ওপৰত জি তেলৰ নিচিনা সৰ পৰে, সেই তেল এটা মেকুৰিৰ জিবাত লগাই দিলে, অলপ মিনিটৰ ভিতৰ তাৰ প্ৰান নষ্ট কৰিব।

মেষ্টৰ ব্ৰৌডি সাহাৰ পোৰা তামাখুৰ তেল এটোপা এটা মেকুৰিৰ নাকত আৰু জিবাত লগাই দিচিলে, তাতে তেতিয়াই তাই কঁদিয়াই ধৰি, আৰু ঘনকৈ উসাহ্ লব ধৰিলে; পাঁচ মিনিট মানৰ পাচে মেকুৰি তাইৰ কোসত পৰি সুলে, আৰু মাজে মাজে অলপ অলপ কঁদিয়াই ধৰি আচিল; এক পোআ ঘণ্টামানৰ পাচে তাই আৰাম হল; কিন্তু এটোপা তেল তাইৰ জিবাত লগাই দিলতে দুই মিনিটৰ ভিতৰতে তাই মৰিল।

ইংৰাজি ১৮৩৩ সকৰ ডিচেম্বৰ মাহ্ত, অন্য অন্য অনেক ডাক্তৰৰ লগতে, কেতিয়াবা আন লোকৰ আগতো, ডাক্তৰ মজি সাহাবে অনেক মেকুৰি আৰু অন্য জন্তুবিলাকৰ ওপৰতো তামাখুৰ তেলেৰে পৰিখা কৰি চাইচিলে।

প্ৰথম পৰিখা। এটোপা তেল এজনি ডাঙৰ মেকুৰিৰ জিবাতে ঘঁহিলতে, তেতিয়াই তাই ৰবকৈ এটাহ্ পাৰি কান্দিবলৈ আৰু মুখত অনেক ফেন উলিয়াবলৈ ধৰিলে। এক মিনিটতে ৰবকৈ চকু মেলিলে, আৰু ঘনকৈ উসা লবলৈ ধৰিলে ২॥ মিনিট মানতে বঁতিয়ালে আৰু গাত ভত নাইকিয়া মতোআলৰ দৰে ঢুলঙ্গ পলঙ্গ কৰি পৰিব লগা হল। ৪ মিনিট মানতে মল তিয়াগ কৰিলে, আৰু ঘোৰ ঘোৰনিৰ মাত বৰ ভাৰি হল। ৫ মিনিট মানতে বঁতিয়াবলৈ কাৰ্বাৰ কৰিলে। ৭ মিনিট মানত উসাহ্ অলপ ভাল আচিল। তেতিয়া ডাঙৰ কৈ এটোপা তাইৰ জিবাত ঘঁহি দিলে, আৰু অলপতে তাইৰ চকু বন্ধ মাতো বন্ধ হল: আৰু উসাহো বন্ধ হল। তাৰ এক মিনিট মানতে কান তানিলে ৩॥ মিনিট মানতে মাটিত পৰি নিচইকৈ মৰিল।

দ্বিতিয় পৰিখা। বৰসিয়া এটা মেকুৰিৰ জি

ৰাতে, এই তেলৰ তিনি টোপামান ঘঁহি দিলে তাতে খন্তেকৰ ভিতৰত চকুৰ মনি দুটা ফুলি গল, আৰু উসাহ টান হল আৰু বলিয়াৰ দৰে ঝপিয়া ঝপি কৰিবলৈ ধৰিলে, পাচে দুটামান ঘোৰ পাক মাৰি মাটিত পৰি, নেজ ভৰি টানিবলৈ ধৰি ২।। মিনিট মানৰ ভিতৰতে মৰিল।

ত্ৰিতিয় পৰিখ্যা। ডাক্তৰৰ বেজিৰ আগত, তামাখুৰ তেল অলপ লগাই এটা নিগনিৰ নাকত বেজিৰে বিন্ধি সুমুৱাই দিচিলে, তাতে নিগনিএ অনেক জাতনা পাই চই মিনিটৰ ভিতৰত মৰিল।

চতুৰ্থ পৰিখ্যা। দুই টোপা তামাখুৰ তেল এটা কেৰকেটুআৰ জিবাত ঘঁহি দিয়া হৈচিল, এই পসু এনে বলি জে তাৰ জিবাত দৰৰ দিবলৈকো ভত নি দি চিল; খন্তেকৰ ভিতৰত তাৰ সকল সৰিল কম্পাবলৈ ধৰিলে, আৰু এক মিনিটৰ ভিতৰত তাৰ মৃত্যু হল।

এই ওপৰে লিখা কথাবিলাকৰ পৰা আৰু অন্য অন্য পৰিখ্যাৰ পৰা জি সকল লিখিবৰৈ অৱস্যাক নাই, দেখা গৈচে জে সকলো সাক আৰু ত্ৰিনৰ মাজত খোআতে হওক, নাইবা ঘ্ৰান লোআতে হওক, জি আমালৈ অধিক বইগুন কৰা আৰু ঘিন লগোআ হই, সেই বস্তুৰ মাজত তামাখু এটা।

সুনা গৈচে জে তামাখুৰ পানি ঘোঁৰাৰ বেমাৰ আৰামৰ কাৰন খুআলত সেই ঘোঁৰা মৰিচে। আৰু তামাখুৰ পানি দি ঘা লগা ঠাইৰ পোক মাৰিবলৈ ধুআলতে কেতবোৰ জন্তু মৰিচে। কোনো চহা মানুহে এই দৰে এটা দামুৰি পোআলি অলপতে মাৰিচে।

মুৰত কিবা ঘা লাগিলত এজনি তিৰোতা মানুহে তাইৰ লৰাইঁতৰ মুৰতে তামাখু আৰু নৰনিতেৰে এটা মলম কৰি দিচিল তাৰেই অলপতে সিইঁতৰ মুৰ ফুৰাবলৈ ধৰিলে। আৰু বঁতিয়াই পেলাই অচেতন হৈ পৰিল, আৰু বৰকৈ ঘাম ওলাবলৈ ধৰিলে।

এজন জুবা মানুহে গৰম পানিতে ধঁপাত পেলাই দি কেমেৰাকৈ তাৰ তাপতে উসাহ লোআতে বৰকৈ নৰিয়া পৰিচিল। এজন ডাক্তৰে কৈচিল জে তামাখুৰ পানি অলপ মান পৰলৈকে লৰাই থাকোঁতে তেঁওৰ বৰ বৈগুন হৈচিল আৰু বঁতিয়াইচিল।

ওপৰে লিখা আটাইবিলাকৰ দোআৰাই দেখা জাই, জে সাকৰ মাজত তামাখু এটা বৰ বিস, সিৰবিলাকৰ সক্তি হানি কৰে, দুৰ্বল কৰে, আৰু গিয়ানৰ হানি কৰে, আৰু জিৱনবো অল্পকৰাই। এনে বিসমই বস্তুৰ সদাই বেৱহাৰত আমাৰ সৰিলৰ বহু হৰ পাৰে নে। সকলোএ অৱস্য হৈস কাহিঁব জে জি বস্তু আমাৰ খোআ বস্তুৰ পৰা জি বল হই তাতকৈও অধিক বল হানি কৰে আৰু সৰ্ব ৰূপে সৰিলৰ বস্তুৰ হানি কৰে সেই বস্তু আমালৈ কেৱল অনাৱস্যাক এনে ন হই, কিন্তু সি বেমাৰৰ কাৰন, আৰু সোনকালে আমাৰ জিৱনৰ খ্যই কৰে এনে গুন তামাখুৰ। সহকৈ তামাখু খোআ মানুহে সিইতৰ বস্তুৰ সৰ হোআতে সিহতেই সাখি দিব পাৰে।

সদাই তামাখু খোআৰ পৰা তলত লিখা লাভ পোআ জাই। চাধা ধঁপাত খোৱাতে হওক, বা নাচ লোআতে নাইবা চেলি খোআতে হওক, জি কোনো ৰূপে লোকে তামাখু খাই, সিইঁতে দুৰ্বল হই, তল পেট বিসাই, মুৰ ফুৰাই বা মুৰ বিসাই, চকু মুখ হালধিয়া পৰে, হাতৰ ভৰিৰ সিৰবিলাক নিসক্তি হই, পাচে এইবিলাক কঁপনিৰ দোআৰাই প্ৰকাস পাই।

তামাখু কাৰো প্ৰয়োজনিয় বস্তু ন হই। আমেৰিকা প্ৰকাস হোআৰ পূৰ্বে তামাখু কোনো দেসত জনা নাইকিচিল, কিন্তু পৰ্তুগিচ লোকে সেই দেসত থকা কলা লোকৰ মাজত পালে, আৰু এই দেসলৈকো আনিলে। ইংলণ্ড দেসত তামাখু ইমান অগ্যাত আচিল, জে দুস বচৰৰ আগেয়ে এটা সাহাবে আমেৰিকা দেসৰ পৰা ইংলণ্ড দেসলৈ তামাখু আনি, আপোনাৰ ঘৰত খাইচিল, তাতে আপোনাৰ এজনি দাসিক আন কোনো কথাৰ নিমিত্তে জল আনিবলৈ আগ্যা দিলে। সেই দাসিএ সাহাবৰ মুখৰ পৰা ওলোআ ধোঁআ দেখি, মুখত জুই লাগিচে বুলি ভাবি, জুই নুমাবৰ ইচাতে সেই জল তেঁওৰ মুখত বাকি দিলে। তামাখুৰ নাম কোনো সংস্কৃত অবিধানে নাইবা সংস্কৃত গ্ৰন্থতো পাবলৈ নাই, ইয়াৰ

পৰা প্ৰমান হই যে তামাখু অলপ দিনৰ পৰাহে এই ভাৰত বৰ্ষ দেশত জনা হল।

তামাখু খোআৰ পৰা অলপ আপদ ন হই, এই সকল কথা পৰিখাৰ দোআৰাই প্ৰুমান কৰা হৈছে, আৰু জি সকল মানুহে তামাখু খোআ নাই, আৰু জি সকলো ডেকা মানুহ আৰু লৰাবিলাক ইয়ালৈ জেন মন নি দিব, সিইতক গিয়াত কৰিবলৈ আমি এই ওপৰে লিখা কথাবিলাক ইংৰাজি ভাসাৰ পৰা তৰ্জমা কৰি অসমিয়া ভাসাৰে লিখা হল। ইয়াকে খালে একো লাভ নাই কিন্তু কেৱল ধন ভগন আৰু সৰিলৰ হানি হই। আৰু আটাইতকৈ তোমাৰ বহু মূল্য সময়ৰ লোকচন হই। ম.

---

## সত্য ভক্তিৰ লাভ।

Account of Shadrach, Meshach and Abed-nego.

বাবিল দেশত নিবুখদনেচৰ নামে প্ৰধান ৰজা আছিল, তেঁৱে আপোনাৰ ৰাজত্ব কালত তিনি কুৰি হাত ওখ চই হাত বহল এনে এটা সোনৰ মূৰ্ত্তি সাজি বাবিল জিলাৰ এক ঠাইত ৰাখিলে, আৰু সেই সোনৰ মূৰ্ত্তিকে সেৱা কৰিবৰ নিমিত্তে জিলাৰ আৰু তেঁওৰ ৰাইজৰ সক বৰ সকলো লোকবিলাকক চপাই আনি, ৰজাৰ আগ্যাৰে এই কথা সুনুআ গল: হে ৰকআ ফুকন আদি কৰি লোক সকল, সাৱধানে সুনিবা, জি সময়তে তোমোলাকে সিঙ্গা ভেৰি মৃদঙ্গ, টমুক আৰু সকলো বাদ্যৰ সবদ সুনা, সেই বেলাতে লৰাৰ পৰা বুঢ়ালৈকে সকলোএ উবুৰি খাই নিবুখদনেচৰ মহা ৰজাই জি সোনৰ মূৰ্ত্তি নিৰ্মান কৰিলে তাকে সেৱা কৰিবা; কিন্তু জি কোনোএ সেই মূৰ্ত্তিক সেৱা ন কৰে, সেইবিলাকক ৰজাৰ আগ্যাৰ দৰে জলন্ত জুইৰ গাঁতত পেলোআ জাব।

পাচে জেতিয়া ৰজাৰ আগ্যাৰ দোআৰাই সেই ৰূপ বাদ্যৰ সবদ সুনালে, তেতিয়া ৰকআ ফুকন আদি কৰি সক বৰ সকলোএ উবুৰি হৈ পৰি মহা ৰজাই সজোআ সুবৰ্নৰ মূৰ্ত্তিক সেৱা কৰিলে। কিন্তু জিবিলাক য়িহুদি মানুহ ৰজাই ৰনত জই কৰি ধৰি নিছিল, সিবিলাকে পৰম ইশ্বৰক ভই কৰে দেখি আন সকলো দেৱতা বা মূৰ্ত্তি সেৱা ন কৰে, সেই নিমিত্তে মানুহে হাতেৰে সজা সেই মূৰ্ত্তিৰ আগত সেৱা ন কৰিলে; তেনেতে ৰজাৰ আপোন দেসৰ কোনো কোনো আহি, হে মহা ৰজা চিৰকাল জিওক বুলি এই অপবাদ জনালে বোলে, আপুনি এই আগ্যা কৰিছিল, জি জি মানুহে সিঙ্গা ভেৰি মৃদঙ্গ তমুক ইত্যাদি সকলো বাদ্যৰ মাত সুনে তেতিয়া মূৰ্ত্তিৰ আগত পৰি সেৱা কৰিব, আৰু জি কোনোএ সেৱা ন কৰে তাকে জলন্ত জুইৰ মাজত পেলোআ; হব কিন্তু আপুনিএ বাবিল জিলাৰ মাজত অধিকাৰ পাতি থোআ এনে জি চাদ্ৰাক মিচাক আবেদনিগো এইবিলাক মানুহে, হে মহা ৰজা, তোমাৰ আগ্যাকো নে মানে আৰু সিঁহতে তোমাৰ দেওবিলাককো নতুবা তুমি সজা মূৰ্ত্তিকো সেৱা ন কৰে।

তেতিয়া ৰজা বৰ খঙেৰে চাদ্ৰাক মিচাক আৰু আবেদনিগোক আনিবলৈ আগ্যা কৰিলে, পাচে অপবাদ দিয়া লোকে এই মানুহবিলাকক ৰজাৰ আগলৈ আনিলত তেতিয়া ৰজাই সুধিলে ৰূপে হই নে, হে চাদ্ৰাক মিচাক আবেদনিগো, তোমোলাকে মোৰ দেওবিলাকক আৰু মই আপুনি নিৰ্মান কৰা জি সোনৰ মূৰ্ত্তিক সেৱা ন কৰা নে? তথাপি এতিয়া জদি তোমোলাক জুগুত হৈ বাদ্যৰ মাত সুনি মোৰ মূৰ্ত্তিক সেৱা কৰা, ভাল; জদিহে ন কৰা, তেন্তে সেই খেনতে তোমোলাকক জলন্ত অগ্নিৰ মাজত পেলোআ জা[illegible], আৰু জি মোৰ হাতৰ পৰা তোমোলাকক উধাৰ কৰিব পাৰিব এনে কোন ইশ্বৰ আছে? তেতিয়া সেই মানুহবিলাকে ৰজাক উত্তৰ দিলে, হে নিবুখদনেচৰ, তোমাক আমি এই কথাৰ সমিধান দিবলৈ চিন্তা ন কৰোঁ। জদি এনে কথা হই, তেন্তে জি ইশ্বৰক আমি নিত্যান্তে সেৱা কৰোঁ, তেঁৱেই তোমাৰ হাতৰ পৰা আৰু জলন্ত অগ্নিৰ সিখাৰ পৰাও আমাক নিস্তাৰ কৰিব। কিন্তু জদি ন কৰে, তথাপি আমি তোমাৰ দেওবিলাকক নতুবা তুমি থাপন কৰা জি সুবৰ্নৰ মূৰ্ত্তি তাকো নু পুজোঁ, ইয়াকে মহা ৰজাই জানোক।

তেতিয়া ৰজাই চাদ্ৰাক মিচাক আৰু আবেদনিগোলৈ আকুল্য মান ক্ৰোধেৰে পৰিপূৰ্ন হল,

আৰু তেঁওৰ মুখৰ আক্রিতি গুচিল; সেই কাৰনে তেঁও মানুহবিলাকক কলে বোলে, সামান্য জুইৰ তাপতকৈ আৰু সাত গুনে তপত কৰোক। আৰু ৰজাৰ মানুহৰ মাজত জিবোৰ বলে সক্তিএ প্রধান এনে মানুহে চাদ্ৰাক মিচাক আৰু আবেদনিগোক বান্ধি জুইত পেলাবলৈ আগ্যা কৰিলে। তেতিয়া সেই মানুহৰ কাপৰ কানি আৰু সকলো অলঙ্কাৰে সৈতে বান্ধি জুইৰ মাজত পেলালে। আৰু জি জি মানুহে সিবিলাকক বান্ধি জুইত পেলালে, তেতিখনে সিহঁতক জুইৰ তাপে দাহ কৰিলে, কিয়নো ৰজাৰ আগ্যা অতি খৰ, আৰু জুইৰ তাপো বৰ টান হৈছিল। কিন্তু চাদ্ৰাক মিচাক আৰু আবেদনিগো হাতে ভৰিএ বন্ধা হৈ জুইৰ মাজত পৰিল। তেতিয়া ৰজাই বিস্মই হৈ অতি বেগে উঠি অধিকাৰবিলাকত কলে, আমি জুইৰ মাজত তিনি জন মানুহক পেলোআ নাই নে? তাতে সিহঁতে কলে, স্বৰুপ মহা ৰজা। কিন্তু দেখা এতিযা চাৰি জন মানুহ মুকলি হৈ জুইৰ মাজত ফুৰিবৰ দেখিচোঁ, আৰু চতুৰ্থ জনৰ ৰুপ ইস্বৰৰ পুত্রৰ নিচিনা।



তেতিয়া নিবুখদনেচৰ ৰজাই অগ্নি কুণ্ডৰ ওচৰলৈ আহি কলে, হে সকলোৰে ওপৰ ইস্বৰৰ সেৱক চাদ্ৰাক মিচাক আবেদনিগো, ইয়ালৈ ওলাই আহঁা, তেতিযা সিবিলাক তিনিও জন জুইৰ মাজৰ পৰা বাহিৰলৈ আহিল। তাতে কোঁঅৰ, অধিকাৰ, সেনাপতি, ৰাজ মন্ত্রিবিলাক এই সকলোএ, গোট খাই সেই মানুহ কেইজনক চাই দেখিলে, সিবিলাকৰ ওপৰত জুইৰ একো কেৰামত নাইকিচিল আৰু সিহঁতৰ চুলি এডালিৰে হানি নহল। তেতিয়া নিবুখদনেচৰ ৰজাই এই কথা কলে বোলে, আপোনাৰ সেৱকবিলাকে সিহঁতৰ ইস্বৰৰ বাজে আৰু কোনো দেৱতাক জেন সেৱা নকৰে, এই নিমিত্তে জি জনে আপোনাৰ দুত পঠাই ৰজাৰ আগ্যা সলাই আপোন সেৱকবিলাকৰ সৰিলক জলন্ত অগ্নিৰ সিখ্যাৰ পৰা ৰখ্যা কৰিলে, চাদ্ৰাক মিচাক আৰু আবেদনিগোৰ সেই ইস্বৰৰ নাম ধন্য হওক। সেই কাৰন মই আগ্যা কৰিচোঁ, এতিয়াৰ পৰা জি কোনো মানুহে এনে সৰ্বসক্তিমন্ত ইস্বৰৰ অহিত্তে বেয়া কথা কয়, তাক তোখৰ তোখৰকৈ কাটি তাৰ ঘৰকো গোবৰৰ ভেঁটি কৰা জাব, কিয়নো কোনো দেৱতাই এই ৰুপ ৰখ্যা কৰিব নোআৰে। তেতিয়া ৰজাই সেই লোকক আগতকৈ মৰ্জদা কৰি বাবিল দেসৰ ওপৰত অধিকাৰ পাতিলে।

এই জগতৰ আদিৰে পৰা পৰম ইস্বৰৰ সেৱকক জগতৰ লোকে নানা দুখ ক্লেস কৰিচে, আৰু এতিয়াও কোনো কোনো দেসত ৰজা প্রজা আদি কৰি সবেও সেই দুখ দি আচে, তথাপি প্রভুৰ ভকতবিলাকে পৰিত্রানৰ এসা পাই, আৰু তেঁওৰ দিঢ় বিস্বাস কৰি তেঁওৰ সক্তিৰে বলৱন্ত হৈ সকলো অগ্নি সৰক জিনি ইস্বৰৰ কাৰন আপোনাৰ প্রানকে অপ্রিয় বুলি এৰি দিচে।

দেখা বন্ধু সকল, দেও পুজা কৰাত পৰম ইস্বৰৰ কিমান ক্রোধ, আৰু কেৱল তেঁওৰ নামত আস্রই কৰাত কিমান সন্তোস হৈ আপোন দুখি সাধু সকলক সকলো দুষ্ট লোকৰ ইচাৰ পৰা নিস্তাৰ কৰে; সেই নিমিত্তে আমি জানিচোঁ, জিবিলাকে পৰম ইস্বৰক আত্মাৰে আৰু সত্যেৰে ভজে সিবিলাকক্হে পৰম ভকত বোলা জাই, আৰু তেনে ভকতকহে নিৰাকাৰ ইস্বৰে বিচাৰে। কিন্তু কোনো কোনোএ বোলে, আমি কোনো মুৰ্ত্তিক আগত ন লৈ কেনেকৈ নিৰাকাৰ ইস্বৰক ভাবিম; তেন্তে সেইবিলাকক মই সুধিচোঁ, তোমাৰ আপোনাৰ সৰিলৰ ভিতৰত জি জিৱ আত্মা আচে তাৰ কিবা আকাৰ আচে নে? জদি আকাৰ নাই তেন্তে সেই নিৰাকাৰ মনে সৈতে নিৰাকাৰ ইস্বৰক ভজিবা, কিয়নো তেঁওক বাহিৰ কৰমেৰে ভজিলে তাত তুষ্ট ন হই, কেৱল আত্মাৰে আৰু সত্যেৰে জি কোনোএ ইস্বৰত ভক্তি কৰে তাতহে তেঁও সন্তোস হই।

হাই জগতৰ মাজে কিনো দুখি সাধু
নাহি ধন্য, নাহি মান্য, নাহি কোনো বন্ধু
ৰজা প্ৰজা সবে ধৰি কৰে কিল মাৰ
সে সময়ে আস্ৰুই কোনো নাহিকে তাহাৰ।
কাকো কাটে, কাকো মাৰে, কাকো কাঁচিত আৰে,
কোনো কোনো সাধু নৰক অগ্নিত পেলাই মাৰে;
কিনো দুষ্ট নৰ জাতি নাহিকে মৰম,
দ্ৰোহ আচৰিয়া থাকে প্ৰভুৰ ধৰম।
তথাপিও ভই ন কৰে সত্য ভক্ত জনে,
বিস্বাসতে থাকে নিত্যে প্ৰভুৰ চৰনে,
জিত্যো ভুঞ্জে জগতৰ অতি মহা দুখ
ইশ্বৰৰ থানে সদা পাব পৰম সুখ।
কিন্তু জিবিলাকে জানি তাড়না কৰিব
নিচয়ে জানিও নিত্যে নৰকে পৰিব,
নৰ্কৰ সাস্তিক তাতে ভুঞ্জিব অসেস,
কোটি কোটি কল্প গলেও ন হৈবেক সেস। ন. ল.

---

অসমিয়া আৰু বঙ্গালি মানুহৰ ধৰম এক হলেও সিইঁতৰ আচাৰ আৰু কৰম এক ন হই, অসমিয়া আৰু বঙ্গালি দুয়ো দেসত সৰহ হিন্দু আচে; কিন্তু বঙ্গালি মানুহে জি জি কৰম কৰিলে কুল ভ্ৰষ্ট হই, সেইবিলাক অসমিয়াই কৰি থাকে। এই দেসত ডোমৰ বাহিৰে আন কোনো কুলিয়াই মাচ বেচিলে জেনেকৈ নিন্দা হই, আৰু কুল জাই, তেনেকৈ বঙ্গালি মানুহে আপোন আপোন জাতিৰ কৰম এৰি, আন জাতিৰ কৰম কৰি, আপোনাৰ জিবিকালৈ কাৰ্বাৰ কৰিলে, তাৰ জাতি ভ্ৰষ্ট হই। জি তাঁতি সেয়ে কেৱল কাপৰ বৰ পাই, জি নাপিত সি মুৰ খুৰাব পাই, জি ধোবা সি কাপৰ ধুব পাই, এই দৰে তাৰ সন্তুতিবোৰলৈকে চলি থাকে। আৰু ইয়াকে আদি কৰি অনেক অনেক কৰম আচে; কিন্তু অসমিয়া মানুহৰ মাজত তেনে কোনো দস্তুৰ নাই, ব্ৰাহ্মন কি কলিতা কি কোঁচ কি কেওঁট কি ডোম সকলোএ আপোন আপোন জি কৰম কৰিবলৈ ইচা জাই তাকে কৰিবলৈ নিসেধ নাই; এই দস্তুৰ বঙ্গালি হিন্দুবিলাকৰ দস্তুৰতকৈ ভাল। ক.

## জুলাই মাহৰ পঞ্জিকা।

খ্রি° অ° ১৮৪৭। হিন্দু সঁক ১৭৬৯।

| | জুলাই | আহাৰ | সুৰ্জ্জোদই | সুৰ্জাস্ত | চন্দ্ৰায়ু | চন্দ্ৰোদই |
|---|---|---|---|---|---|---|
| ব্রিহস্পতি | ১ | ১৮ | ৫।১৩ | ৬।৫২ | ১৮ | ৯।১৫ |
| সুকুৰ | ২ | ১৯ | ৫।১৪ | ৬।৫২ | ১৯ | ১০।১ |
| সনি | ৩ | ২০ | ৫।১৪ | ৬।৫২ | ২০ | ১০।৪৫ |
| দেও | ৪ | ২১ | ৫।১৪ | ৬।৫২ | ২১ | ১১।৩০ |
| সোম | ৫ | ২২ | ৫।১৫ | ৬।৫২ | ২২ | ০।১৪ |
| মঙ্গল | ৬ | ২৩ | ৫।১৫ | ৬।৫২ | ২৩ | ০।১৪ |
| বুধ | ৭ | ২৪ | ৫।১৬ | ৬।৫২ | ২৪ | ১।০ |
| ব্রিহস্পতি | ৮ | ২৫ | ৫।১৬ | ৬।৫১ | ২৫ | ১।৪৮ |
| সুকুৰ | ৯ | ২৬ | ৫।১৭ | ৬।৫১ | ২৬ | ২।৩৮ |
| সনি | ১০ | ২৭ | ৫।১৭ | ৬।৫১ | ২৭ | ৩।৩০ |
| দেও | ১১ | ২৮ | ৫।১৭ | ৬।৫১ | ২৮ | ৪।২২ |
| সোম | ১২ | ২৯ | ৫।১৮ | ৬।৫১ | ০ | চন্দ্ৰাস্ত |
| মঙ্গল | ১৩ | ৩০ | ৫।১৮ | ৬।৫১ | ১ | ৭।৩ |
| বুধ | ১৪ | ৩১ | ৫।১৯ | ৬।৫১ | ২ | ৭।৫০ |
| ব্রিহস্পতি | ১৫ | ৩২ | ৫।১৯ | ৬।৫০ | ৩ | ৮।২৮ |
| | | সাওন | | | | |
| সুকুৰ | ১৬ | ১ | ৫।২০ | ৬।৫০ | ৪ | ৯।৫ |
| সনি | ১৭ | ২ | ৫।২০ | ৬।৫০ | ৫ | ৯।৪২ |
| দেও | ১৮ | ৩ | ৫।২১ | ৬।৪৯ | ৬ | ১০।১৬ |
| সোম | ১৯ | ৪ | ৫।২১ | ৬।৪৯ | ৭ | ১০।৫৩ |
| মঙ্গল | ২০ | ৫ | ৫।২২ | ৬।৪৮ | ৮ | ১১।১০ |
| বুধ | ২১ | ৬ | ৫।২৩ | ৬।৪৮ | ৯ | ০।১০ |
| ব্রিহস্পতি | ২২ | ৭ | ৫।২৩ | ৬।৪৮ | ১০ | ০।১০ |
| সুকুৰ | ২৩ | ৮ | ৫।২৪ | ৬।৪৭ | ১১ | ১।১১ |
| সনি | ২৪ | ৯ | ৫।২৪ | ৬।৪৭ | ১২ | ১।৩৮ |
| দেও | ২৫ | ১০ | ৫।২৫ | ৬।৪৭ | ১৩ | ২।৩০ |
| সোম | ২৬ | ১১ | ৫।২৫ | ৬।৪৭ | ১৪ | চন্দ্ৰোদই |
| মঙ্গল | ২৭ | ১২ | ৫।২৬ | ৬।৪৬ | ১৫ | ৬।৩৭ |
| বুধ | ২৮ | ১৩ | ৫।২৬ | ৬।৪৬ | ১৬ | ৭।৮ |
| ব্রিহস্পতি | ২৯ | ১৪ | ৫।২৭ | ৬।৪৬ | ১৭ | ৭।৫৬ |
| সুকুৰ | ৩০ | ১৫ | ৫।২৭ | ৬।৪৫ | ১৮ | ৮।৪২ |
| সনি | ৩১ | ১৬ | ৫।২৭ | ৬।৪৫ | ১৯ | ৯।২৯ |

আমাবাস্যা ১২ দিনৰ ভাটি ৫ ঘণ্টা ৩০ মিনিট বজাত হই।

পুৰ্নিমা ২৮ দিনৰ পুৱা ৪।৬ বজাত হই।

২২ তাৰিখত কাচাৰি বন্ধ।

*The Orunodoi, Published Monthly by* O. T. Cutter, *at the Am. Bap. Mission Press, Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

দুতিয় চোঙা। মো° শিৱসাগৰ, জুলাই ১৮৪৭ খ্রিষ্ট অ° সঁক। নম্বৰ ৭।

VOL. II. SIBSAGOR, ASAM, JULY, 1847. NO. 7·

## অনেক দেসৰ সম্বাদ।

General Intelligence.

মাইবলিয়া মৌজাৰ মচলমানৰ ২৪ বচৰিয়া তিৰি আঘনিএ জুলাইৰ ১০ দিনতে নেলিয়া খুৰৰ দোআৰাই আপুনি ডিঙ্গি কাটি মৰিল। তাইৰ পৈএক আৰু লৰা চোআলি দুটি আছিল। পাচে পৈএকে জিএকক পাঁচিলে, মাৰক মাতি আন গৈ বুলি, জিএকে গৈ বাত্ৰা কলে, আই মাটিতে সুই আচে, তালেমান তেজেৰে তিতি আচে, মোক নে মাতিলে। পৈএকে চাই দেখিলে, ডিঙ্গি কাটি মৰিল।

নচিৰাবাদ নগৰত ৰাতিতে চিপাহিএ ৰুপৰ গোদাম ৰাখি থাকোঁতে ন চাৰেক ডকাইতে ঘোৰাত উঠি আহি, ৬ জন চিপাহিক বধ কৰি ৰুপৰ চন্দুকবিলাক লুট কৰি নিলে।

১৯ জুনৰ গধুলি বেলা বম্বাই নগৰত ফটিকা বেচা এটা মানুহে পিপাৰ পৰা চাৰাপ উলিয়াবলৈ চাকি নিয়াত চাকিৰ জুই ফটিকাত লাগি খাৰে পোৰা দি পুৰি সেই মানুহ প্ৰায়ে মৰা হল। ঘৰত আৰু তিনি কুৰি মান ফটিকাৰ পিপা থকাত সেইবোৰতো ক্ৰমে জুই লাগি বৰ টোপৰ দৰে গিৰিঙ্গ গিৰিঙ্গ সবদেৰে জুই উঠিবলৈ ধৰিলে। সেই ঘৰ পুৰিলত দুই লাখ দাম হোআ আলহি বৰ ঘৰ ওচৰতে থকাত তাতো লাগি পুৰিলে; আৰু অন্য অন্য তাঙ্গৰ বেপাৰি ঘৰো পুৰিলে। কাপৰ বেচা এটা সদাগৰৰ ২,৫০,০০০ টকাৰ বস্তু নষ্ট হল; আৰু হেলা গোলা লাগিলত ভাল বস্তু অনেক মানুহে লুট কৰি নিলে।

হৰ্কৰা নামে কলিকতাৰ এখান সমাচাৰ পত্ৰত সেই মাহৰ ৮ তাৰিখত লিখিচে, জাহাজৰ কাম কৰা এটা গোৰা লোকে লাল বজাৰৰ এক দোকানিৰ ঘৰত চাৰাপ কিনি খাই মতলিয়া হৈ গৰ খাৰৈত পৰি মৰিল।

৩ জুলাইত কলিকতা নগৰৰ হিউএট নামে এজনি বিবি সাহাবে বিচাৰ পতিৰ আগৈল এই নালিচ কৰিলে। তাইৰ পৈএক আগেয়ে ভাল মানুহ আছিল, কিন্তু তিনি মাহ মানৰ পৰা সৰহকৈ ফটিকা খাবলৈ ধৰি বলিয়াৰ নিচিনা হল। এক ৰাতিত খাটৰ পৰা পৰি কিছু দুখ পাই সাৰ পোআত আপোনাৰ তিৰোতাক ধৰি কলে, কোনোবা মানুহ ভিতৰৰ পৰা দুআৰে ওলাই গল, তাৰ নাও মোত কৰি, এই কথা বোলাত বিবিএ কলে কেও নাই কিয়া; তাতে সি তাইৰ নেলু টিপা মাৰি এধা মৰা কৰিলে। বিচাৰ পতিএ সোধ পোচ কৰি সেই মানুহ সুৰাৰ পৰা বলিয়া হোআ জানি হস্পিটালত ৰাখিবলৈ আগ্যা কৰিলে।

মান দেসৰ ৰা°গুন নগৰত এজন সদাগৰ মগলে ৰুপ লুকাই নিলে বুলি জানি অধিকাৰে তাক ধৰি কোবাই সাস্তি কৰিলে। পাচে নচিৰালি নামে এজনৰ হাতত সেই ধন দিলোঁ বুলিলত অধিকাৰে তাকো ধৰি অনেক সাস্তি কৰি বন্দিকৈ থৈচে। মগল আদি তাত থকা অনেক বিদেসি লোকে চান্দা কৰি ভেঁটি দিবৰ নিমিত্তে ১৫,০০০ টকা গোটাই নচিৰালিক মুকলি কৰিবলৈ আৰু সেই অধিকাৰক গুচাবলৈ পত্ৰে সৈতে নিবেদন কৰি ৰাজ নগৰলৈ টকা দি পঠাইচে।

কমদোৰ লাপিএৰ নামে এজন ফ্ৰাঞ্চি সাহাবে দুখান জাহাজ লগত লৈ কোচিন চিন: দেসলৈ গৈ কোনো ফ্ৰাঞ্চি পাদুৰিক দুখ দিবৰ কাৰনে সেই

দেসৰ ৰজাই সৈতে কাঁজিয়া লাগি তেঁওৰ ৫ খন জাহাজ গুলিয়াই নষ্ট কৰিলে, আৰু ১০০০ এহেজাৰ মান মানুহক মাৰিলে।

টুইদ নামে এখান ইংৰাজি ভাপ জাহাজ ১,৮০,০০০ টকাৰ দাম হোৱা বসৰ ১১১৫ চিচা আৰু ৬০ জন জাত্ৰি লৈ ফেব্ৰোআৰি ৯ তাৰিখত হাবানা নগৰ এৰি গল। পাচে তিন দিন তাৰৰ হলত তৰা আদি নে দেখাত কোন ঠাই পালোঁহি ইয়াক নে জানি ১২ ফেব্ৰোআৰি পুঁঅতিয়া নিসাত আলাক্ৰানি মাজুলিত খুন্দা খাই লাগি জাহাজ ভাগি গল। জাত্ৰিৰ ৩০ জন মৰিল, আৰু জাহাজৰ বনুআ ৪০ মৰিল; মুঠে ৮০ মানুহ সক নাৱত উঠি ৰখ্যা পালে।

জোআ বচৰৰ ভিতৰত ইংৰাজি দেসৰ লোকে ফটিকা কৰি বেচি, মুঠে ২,৮০,০০,০০০ গালন, অৰ্থাত ৭২,০০,০০০ ঢ কিনি খালে। তাৰ দাম ১,২২,০০,০০০ টকা; তাক কৰিবলৈ ঘেহু, আলু আদি কৰি আন্দাজে ৬৮,০০,০০০ মোন খোৱা বস্তু হানি হল। ফটিকা নো খোৱা হলে সেই বস্তুবে সৈতে ১০।১২ লাখ দৰিদ্ৰু মানুহক পুহিব পাৰিলেহেঁতেন। কিন্তু সুৰা খোআত তাৰ একো গুন নাই, পাগল মাখোন হয়। এখান সমাচাৰ পত্ৰত লিখিচে, ইংলণ্ডৰ ৫,০০,০০০ পাঁচ লাখতকৈ অধিক মানুহে ফটিকা চাৰাপ সৰহকৈ খাই মাজে মাজে বলিয়া হৈ হৈ থাকে।

ইংলণ্ডৰ একলেচ গাঁৱত আইচাক চটন নামে এজন মানুহ আপোন বাপেকৰ বিবাহ চাবলৈ গৈ ফটিকা খাই মত্তলিয়া হল। পাচে ভাপ ৰথত উঠিবলৈ ধৰি ৰথৰ তলত পৰাত ৰথৰ চক্ৰে চেপি সোপা কৰি মাৰিলে।

লণ্ডন নগৰৰ এক দৰ্জিৰ ঘৈনিএকে ৪ অনা ধাৰ কৰি ফটিকা কিনিবলৈ সক লৰাক পঠিলে। পাচে তাক খাই বলিয়া হলত জি এখন কাপৰ জুইৰ ওচৰত সুকাবলৈ আৰি থোৱা হৈছিল, তাক চপাবলৈ ধৰাত তাত আৰু আপোনাৰ কাপৰতো জুই লাগিল। মুমাবলৈ মানুহ নাই কিয়াত তাতে পুৰি মৰিল।

আমেৰিকা দেসলৈ জোআ জাইৰিচ লোকে

আয়ৰলণ্ডৰ দুৰ্ভিখ্যৰ কথা সুনি জানোআৰি, ফেব্ৰোআৰি, মাৰ্চ, এই তিনি মাহৰ ভিতৰত ২০,০০,০০০ একুৰি লাখ টকা আপোন আপোন মিতিৰ কুটুম পুহিবলৈ দি দি পঠাইচে।

দুৰ্ভিখ্যৰ কাৰনে আমেৰিকা দেসত নিবাস কৰিবৰ নিমিত্তে ১৪ এপ্ৰিলৰ পৰা তিন দিনৰ ভিতৰত ৩৩ খন জাহাজে অনেক জাত্ৰি লৈ গল।

আমেৰিকা দেসৰ নুয়ৰ্ক নগৰত চান্দা কৰি আয়ৰলণ্ডৰ দুৰ্ভিখ্যৰ নিমিত্তে ১,১০,০০০ টকা ৰূপ তুলি পঠাই দিলে। বসন নগৰৰ পৰাও ফেব্ৰোআৰি মাহত ৫,০০,০০০ পাঁচ লাখ পঠাই দিলে।

স্কটলণ্ড দেসৰ দুৰ্ভিখ্যৰ কাৰনে বস্তন নগৰৰ মানুহে ৬০,০০০ ৰূপৰ খোৱা বস্তু কিনি জাহাজত ভৰাই সেই দেসলৈ পঠাই দিলে।

ফ্ৰাঞ্চ দেসৰ হাবৰ নগৰৰ পৰা আমেৰিকা দেসলৈ ডাক নিবৰ নিমিত্তে চাৰি খান ভাপ জাহাজক ফ্ৰাঞ্চি ৰজাই দিবলৈ হুকুম কৰিলে। আৰু হাবৰৰ পৰা পাৰি ৰাজ নগৰলৈ ইলেক্ত্ৰিক টেলিগ্ৰাফ অৰ্থাত বিদুলিৰ ডাক পাতিচে।

পৰ্তুগাল দেসৰ চেন্তু উবেচ নগৰত ১ মেই তাৰিখত ৰাজ দ্ৰোহিএ সৈতে জুধ কৰি সিইতৰ ৩০০ মানুহ মৰিল, ৪০০ মান খুন হল। মহা ৰানিৰ ফলিয়া মৰা খুন হোৱা মুঠে ২০০।

চৰ্কাচি লোকে সৈতে ৰুচিয়া সেনাপতিবোৰে ৰন কৰি সেই চৰ্কাচিৰ মাজত আচেনি নামে এবিধ মানুহে সৈতে মিল কৰিলে। পাচে সেই আচেনিবোৰে চল কৰি ৰুচিয়াই সৈতে জুধ কৰিম বুলি চৰ্কাচিৰ সেনাপতি স্যামিলৰ পৰা ১২০০ সেনা খুজিলত ১৩ জানোআৰি ৰাতিত বিস্বাস ঘাতি হৈ সেই ১২০০ মানুহক মাৰিলে; তথাপি জন চাৰেক পলাই সাৰি স্যামিলক বাত্ৰা কলেগৈ। তাতে স্যামিলৰ ফলিয়া হৈ সকলো চৰ্কাচি লোকে গোট খাই ৫০,০০০ হেজাৰ মান হৈ ২৮ জানোআৰিত আচেনি লোকে কোঁঠ বান্ধি থকা কচাৰান গাৱত জুধ কৰি বৰু সক লৰা তিৰোতাও ৫,০০০ মানুহ সকলোকে মাৰিলে।

চাল্তিলো নগৰৰ ওচৰত থকা বৈনাবেষ্টা নামে এখান গাঁৱত আমেৰিকান সেনাপতি জেনৰল

টেইলৰ ৫,৪০০ সেনাই সৈতে থকাত চান্তিয়ানা নামেৰে মেকচিকোৰ প্ৰধান সেনাপতি ২০,০০০ বনুআক লগত লৈ জুধ কৰিবলৈ আহিল। তাতে আমেৰিকান সৈন্যক বেৰি ২২ ফেব্ৰুআৰিত টেইলৰ সাহাবলৈ এখান পত্ৰ লিখি এই কথা কলে, মোৰ ২০,০০০ একুৰি হেজাৰ সেনাই তোমাক বেৰি ধৰি আছে, তুমি সাৰিব নোআৰা, এই হেতুকে তোমাৰ মানুহ সকল জেন নষ্ট ন হই, এই কাৰনে মোৰ হাতত সকলোকে সমৰ্পন কৰা। তাতে টেইলৰ সাহাবে কলে, সমৰ্পন কৰিবলৈ মোৰ দেসাধিপতিৰ আগ্যা নো হোআত মই কৰিব নোআৰোঁ। সেই জবাব পালত চান্তিয়ানাই তাৰে সৈতে দু দিন বৰ জুধ কৰি, সেই ৫,০০০ হেজাৰ মানুহক জিকিব নোআৰি ২৩ ফেব্ৰুআৰিৰ ৰাতিত আপোনাৰ সৈন্যক লগ লৈ হুহকি গল। আমেৰিকা মানুহ ৭০০ মৰা আৰু খুন হোআ আছিল; মেক্চিকোৰ মৰা খুন হোআ ১৫০০ পোন্ধৰ সতকৈ অধিক আছিল।

আমেৰিকাৰ সেনাপতি জেনৰল স্কট সাহাবে জাহাজত অনেক সেনাবোৰ লগত লৈ ৰনলৈ গৈ মেকৃচিকো দেসৰ ৎবেৰাক্ৰুচ নগৰ মাৰ্চৰ ৯ তাৰিখত পাই সেই নগৰ আৰু কোঁঠত জুধ কৰিবৰ নিমিত্তে বেৰি ধৰিলে। ২২ তাৰিখত সকলো উপাই জুগুত হলত নগৰ কোঁঠ সমৰ্পন কৰিবলৈ পত্ৰ দি পঠালে; তেঁওৰ কথা নু সুনাত দুয়ো ফলিয়া সেনাবোৰে চাই দিন বৰ টোপেৰে গুলিয়াই জুধ কৰিলে। পাচে মেকৃচিকো হাৰি ২৯ মাৰ্চত নগৰ কোঁঠ সকলোকে সোধাই দিলে। সেই জুধত নগৰৰ মানুহ ৫০০ মান মৰিল; আমেৰিকাৰ মৰা আৰু খুন হোআ ৬৩ তিনি কুৰি তিনটা মাথোন।

মানুহ বেচা কিনা কৰা ডকাইতৰ জাহাজ বিচাৰি বিচাৰি ইংৰাজি ভাপ জাহাজ তিনি খন নৱেম্বৰ মাহৰ ১৮ তাৰিখত আফ্ৰিকা দেসৰ বনি নদিৰ মুখ পালেগৈ। তাতে থাকোঁতে নদিৰ দুই পাৰে থকা ৰজাবোৰে সৈতে কথন মথন হৈ ইয়াকে সুনিলে; সেই ৰজাবোৰে বন্দি নে বেচে, কিন্তু ৰনত জি মানুহক ধৰে সিইঁতক মাৰি মঙ্গহ জুই দি সিজাই খাই। জাহাজৰ এজন কাপ্তানে সিইঁতৰ ৰজাত এই কথা সুধিলত ৰজাই কলে, সক চোআলিৰ মঙ্গহ লোন জালক দি সিজাই খাবলৈ বৰ সোআদ। এনে আমুৰিক মানুহ প্ৰিথিবিত ঠায়ে ঠায়ে আছে। নাগচ নদিৰ ওচৰত এখান ডকাইতৰ জাহাজ ইংৰাজিএ কাঢ়ি নিলে। সেই ডকাইতৰ জাহাজত বেচিবলৈ দেসৰ মানুহে ২০০০ দু হেজাৰ বন্দি ধৰি আনি পাচে সাগৰত জাহাজ নে পালে। তাতে বেচিব নোঅৰাত খৰ্জ কৰি কিছু দিন ৰাট চাই থাকিল, পাচে খুআবলৈ বস্তু নাটিল দেখি সকলোকে মাৰি সাগৰৰ দাঁতিত মুৰবিলাক পিঙ্গ দি থৈ গুচি গল।

উআলাখিয়া দেসত ৰাজ বন্দি আৰু ধৰম সালাৰ গোলাম মুঠে ৬০,০০০ মানুহ মুকলি কৰিলে; সেই দেসৰ অন্য লোকৰ ৪৮,০০০ বন্দি এতিয়াও আছে।

আমেৰিকা মিল দেসত ২৭,৮০,০০০ বন্দি গোলাম আছে; দখিন আমেৰিকাৰ ব্ৰাজিল দেসত ৩০,০০,০০০; দখিন আমেৰিকাৰ আন আন দেসত ৪,০০,০০০; ফ্ৰাঞ্চিৰ তলৰ দেসবিলাকত ২,৫০,০০০; ইস্পানিয়াৰ তলে থকা মাজুলি দেসত ৮,০০,০০০; হলণ্ড, দেন্মাৰ্ক আৰু চুইদনৰ তল দেসত ১,০০,০০০; মুঠে ৭৩,৩০,০০০। সেই আটাইবিলাক আফ্ৰিকাৰ আদি ৰাসি কলা মানুহ। ॥

---

## ধৰমৰ কথা বাৰ্ত্তা।

Religious Intelligence.

ইংৰাজি দেসৰ সাস্ত্ৰ বিলোআ সমাজ আগৰ বচৰৰ ভিতৰত ১০,১৩,০০০ টকা পোআ হল; আৰু সাস্ত্ৰৰ পুথি ১৪,৪১,০০০ খন ঠায়ে ঠায়ে বেচা আৰু দান কৰিলে। কলিকতাত থকা তাৰ অংসি সমাজে ২২,০০০ বাইচ হেজাৰ খন পুথি বিলালে। এতিয়া জোআ বচৰত ইংৰাজি দেসৰ সমাজ সাস্ত্ৰ বিলাবৰ নিমিত্তে ১১,৭৪,৪০০ টকা পালে।

ওএচ্লিয়ান মিস্যনেৰি সমাজে জোআ বচৰৰ

ভিতৰত বিদেসি লোকত কির্ত্তন কৰিবলৈ ১১,-৫৭,৬২০ টকা পালে।

চর্চ অর্থাত ৰাজ ধৰম মিস্যনেৰি সমাজত পোৱা ধন ১১,৬৮,২৭০ টকা।

ইংৰাজি দেসৰ বাপ্তিষ্ট মিস্যনেৰি সমাজে হিন্দুস্থান আৰু আন দেসত সুভ বাত্রা কির্ত্তন কৰিবলৈ জোৱা বচৰত ২,২০,০০০ টকা পালে।

ফ্রাঞ্চ দেসত বাপ্তিষ্ট অর্থাত বুৰ পোৱা মণ্ডলিৰ লোকক অতি দুখ দিএ, অর্থাত ২০ কুৰিতকৈ সৰহ মণ্ডলি লোকে সুৰন কির্ত্তন কৰিবলৈ গোট খালে সিবিলাকক ধৰি দণ্ড জৰিমনা কৰিবলৈ ৰজাই আগ্যা দিএ। ফ্রাঞ্চ দেসৰ অধিক মানুহ ৰোমান কাথলিক হই, তথপি আন মত লোআবিলাকক তাডনা ন কৰে, কেৱল বুৰ পোআ সিস্যক তাডনা কৰে।

ত্রিচ বচৰৰ আগেয়ে কোনো বাপ্তিষ্ট মিস্যনেৰি পাদুৰি লোকে জামেকা মাজুলিলৈ গৈ তাতে অতি তাকৰ সিস্য পোআ হল; কিন্তু এতিয়া বুৰ পোআ মণ্ডলি লোকৰ সংখ্যা ৩০,-০০০ ত্রিচ হেজাৰ হল, ইস্বৰৰ বাক্য এইমান বাঢ়ি বাঢ়ি গৈচে।

ফেব্রুআৰি মাহত জচোৰ নগৰত ১১ টা সিস্য বুৰ পাই মণ্ডলিত সোমাল। আৰু এপ্রিল মাহতো ৭ টা মানুহক বুৰ দিওআ হল। ।

---

আয়ৰলণ্ড আৰু স্কটলণ্ড দেসত দুর্ভিক্ষ্য হোআৰ কাৰনে, ইংলণ্ড, আমেৰিকা আৰু বঙ্গাল আদি দেসবোৰৰ ধৰমিয়াল মানুহবিলাকে সেই দুর্ভিক্ষ্য হোআ দেসৰ লোকবিলাকৰ উপকাৰৰ নিমিত্তে বেলিএ বেলিএ চান্দা কৰি জি লাখ লাখ ৰুপ আৰু বাজ মেলেও মৰমকৈ খুআবৰ নিমিত্তে জি খৰচ দি দি আচে, তথাপি সিইতৰ দেসৰ আঁকাল গুচাই নাই, আৰু খাবলৈ নে পাই অনেক মানুহ মৰিছে আচে। কোনো সমাচাৰ পত্রত লিখিচে বোলে ৫০,০০০ হেজাৰ মান মানুহ মৰিল। হাই হাই, এই কথা সুনি মোৰ মনে বৰ অলস্তোস পাইচোঁ, কিয়নো খাবলৈ নে পাই মৰিচে আন একো ৰোগ নাই!

কিন্তু হে ভাই ইস্বৰৰ মহিমা প্রকাস হবৰ নিমিত্তেহে হৈচে। মোৰ মনে হলে কেৱল ইস্বৰ বিনে কোনোএ সেই দুখ খণ্ডাব নোআৰে; মানুহে অনেক উপকাৰ কৰিলেও আৰু আসু্ই হলেও জদি ইস্বৰৰ ক্রোধ হই তেন্তে কোনে সান্ত কৰিব পাৰে? এনে কাৰ সক্তি আচে? ইস্বৰ বিনে কাৰু সাধ্য নাই জদি ইস্বৰৰ ইচা হই তেন্তে জেনেকৈ তেঁও নষ্ট কৰিবৰ মন তেনেকৈএ পাৰে, এনে তেঁওৰ সক্তি আচে, তথাপি জগতৰ লোকে তেঁওলৈ হেলা কৰি ইস্বৰৰ প্রেম এৰি আপোনাৰ মনৰ দৰে কৰম কৰি থাকে, কিন্তু হে বন্ধু লোক ইস্বৰলৈ সদাএ বৰ ভই আচে। কিয়নো পাপ আৰু পুন্য এই দুইৰ নিমিত্তে জগতৰ লোকৰ সেস কালত বৰ সন্তাপ আৰু আনন্দ হব। ব

---

এই অসম দেসৰ অনেক মানুহ সত্রিআ মহন্ত সকলৰ সিস্য; সেই সিস্যৰ মাজৰ কোনোটোএ ধৰমৰ কি নিতিৰ কি মর্জ্জাদাৰ বৰ সৰু বুজি আন টাইলৈ গলে তাৰ বাপেকৰ গুৰু মহন্তে ধৰি নি অনেক লাজ লঘু কৰি ডিঙ্গিত কলহ আৰি তাৰ নগৰ মানুহেৰে খাব চুবলৈ বাধা কৰি এৰিলোঁ বুলি খুঁটা মাৰে, পাচে অনেক খিনি ধন ভাঁৰি লৈ লগ দিএ, এনে দস্তুৰ আচিল; বাস্তৱত এনে কথা আন দেসত নাই, আৰু কম্পানি বাহাদুৰৰ সাসিত দেসত কেতিআও তেনে কৰিব নোআৰে, আপোন ইচাৰে জি জেনে ধৰম ভাল পাই তাকে লব পাৰে। ••





## ৰথ জাত্ৰা।

The Festival of Jagannath.

জুলাই মাহৰ ১৪ তাৰিখত হিন্দু লোকৰ ৰথ জাত্ৰাৰ দিন হৈছিল, আৰু সেই দিনত মোকাম সিৰসাগৰতো জুখন ৰথ সাজি অনেক মানুহে আনি বাটবোৰত টানি লৈ ফুৰাইচিল।

জগন্নাথৰ কথা কোনো পণ্ডিতবিলাকে কই বোলে, আগৰ জুগত এক সময়ত বালিৰ পুত্ৰ অঙ্গদে পহুলৈ সৰ কৰোঁতে অকস্মাত ন জনাকৈ সেই সৰ ক্ৰিষ্ণৰ গাত পৰি ম্ৰিত্যু হল। আৰু তেঁওৰ মৰা সটো এজোপা গচৰ তলত এৰিলে; পিচে এজন ধৰমি মানুহে সেই হাৰবোৰ বুটলি গোটাই আনি এটা পেৰাত ভৰাই থলে। বিষ্ণুৰ পৰা কিবা বৰ পাবলৈ ইন্দ্ৰদুম্ন ৰজাই কায়কষ্ট মনে তপস্যা কৰিলে, পাচে বিষ্ণুএ স্বপ্ন আদেস কৰি সেই ৰজাক বুলিলে, জগন্নাথৰ মুৰ্ত্তি সাজি ক্ৰিষ্ণৰ হাৰবোৰ সেই মুৰ্ত্তিৰ পেটত সুমুআই থোআ, তেহে জি বৰ বিচাৰা তাকে পাবা। সেই মুৰ্ত্তি কোনে সাজিব ৰজাই সোধাত, বিস্বকৰ্মলৈ নিবেদন কৰিবলৈ আগ্যা পালে। সেই নিবেদন কৰাত বিস্বকৰ্মে কৰিম বুলিলে, তথাপি কোনোএ জদি তাৰ ওচৰলৈ জাই মুৰ্ত্তি পুৰ নো হোআকৈ এৰিম বুলিলে। ওৰেসা দেসৰ এক পৰ্ব্বতৰ টিঙত একে ৰাতিএ দল সাজিলে, আৰু দলৰ ভিতৰত মুৰ্ত্তি সাজিবলৈ ধৰাত পোন্ধেৰ দিনৰ পিচত ৰজাৰ চাবলৈ বৰ ইচা দেখি সেই ঠাইলৈ গৈচিলে; এই হেতুকে মুৰ্ত্তিৰ হাত ভৰি নো হোআকৈ বিস্বকৰ্মে এৰিলে, কিন্তু ৰজাই ব্ৰুহ্মাক আৰাধনা কৰাত সেই মুৰ্ত্তিৰ হাত ভৰি নো হোআকৈএ বৰ জসস্যা, আৰু প্ৰসংসা হব বুলি ব্ৰুহ্মাই অঙ্গিকাৰ কৰিলে।

মুৰ্ত্তি থাপনা কৰিবলৈ ইন্দ্ৰদুম্ন ৰজাই সকলো দেৱতাক মাতি আনিলত ব্ৰুহ্মা আপুনিএ প্ৰধান পোৰোহিত হৈ সেই মুৰ্ত্তিৰ প্ৰান পতিষ্টা অৰ্থাত জিৱ আৰু চকু দিলে। তেতিয়াৰ পৰাহে মুৰ্ত্তিএ বৰ জসস্যা পালে।

আন কোনো হিন্দু পণ্ডিতবিলাকে জগন্নাথৰ কথা এই ৰূপে বোলে। বহুত কালৰ আগেএ ওৰেসা দেস থন.সাগৰৰ কালে কেৱল বনবিয়া পহু থকা বৰ হাবি আচিল, আৰু সেই হাবিৰ মাজত নিল মাধৱৰ দল আৰু মুৰ্ত্তি আচিলে, আৰু সেই দল মুৰ্ত্তিৰ ইমান ভয়ঙ্কৰ মাহাত্মা বিয়াপি

গল জে কোনোএ সেই ঠাইৰ ওচৰলৈ জাবলৈ সাহ্ ন হল। পাচত ইন্দ্ৰদুম্ন ৰজাই সেই আচৰিত বিস্মই কথা সুনি সেই কথা কিমান চৰুপ হই, তাকে জানিবলৈ আপোনাৰ গুৰু অতি ধৰমিয়া ব্ৰাহ্মন এজনক সেই সকলো কথা বুজিবলৈ পঠাই দিলে। জেতিয়া ব্ৰাহ্মনে সেই ঠাই পালে তেতিয়া দল আৰু মুৰ্তি একো নে দেখি বৰ বালি মাথোন দেখিলে, এই কথা সুনি, ইন্দ্ৰদুম্ন ৰজাই মনত ভাবি ৰিচুৰ্তি হৈ কলে বোলে মই দেখিবলৈ ইচা কৰি সেই ঠাইলৈ মানুহ পঠোআতহে মুৰ্তি আৰু দল ময়াপি হৈ গল এনে ভাবি সেই ৰজাই ভই পাই অনেক তপস্যা কৰিলে, সেই কাৰনে নিল মাধৱ তুষ্ট হৈ ওপৰত লিখাৰ দৰে দল, আৰু মুৰ্তি নকৈ সাজিবলৈ সেই ৰজাক আগ্যা কৰিলে।

বঙ্গালি দেসত সমৰ্থ লোঁকবিলাকে সজা জগন্নাথৰ দল অনেক আচে। বচৰি বচৰি জগন্নাথৰ প্ৰধান দুই জাত্ৰা হই অৰ্থাত, স্নান জাত্ৰা আৰু ৰথ জাত্ৰা। প্ৰথমতে জগন্নাথক কাপৰ মেৰাই বাহিৰলৈ উলিয়াই ব্ৰাহ্মন লোকে মন্ত্ৰ পাঠ কৰি, তেঁওৰ ওপৰত পানি ৰাকি দি স্নান কৰাই, আৰু অনেক অনেক মানুহবোৰে সেৱা পুজা কৰে, কিয়নো সিইঁতে জানে জে জিয়াই থাকোঁতে এই ৰূপ কৰি মিত্যু হলে পুনৰ জনম নো হোআকৈ স্বৰ্গ ভোগ কৰিবলৈ পাই। স্ৰিৰামপুৰত জি ৰথ আচে সেই ৰথ ডেৰ কুৰি হাতততকৈ ওখ আৰু সোলেটা খিলা, দুটা কাঠৰ ঘোঁৰা আৰু এক কাঠৰ ঘোঁৰা চোআ আচে। স্নান কৰাৰ ১৬।১৭ দিন মানৰ পিচত আকৌ দলৰ পৰা উলিয়াই জগন্নাথ, তেঁওৰ ভাই বলোৰাম আৰু সিবিলাকৰ ভনি সুভদ্ৰা এই তিনি জনক জৰি লগাই ৰথৰ ওপৰলৈ টানি পিৰাৰ ওপৰত বহুআই দিএ; আৰু সিবিলাকৰ দুফালে মানুহে চোঁঅৰেৰে বিচে। পাচে ৰথত বৰ ৰুই লগাই মানুহবোৰে অনেক বাদ্য ভগু ৰজাই আৰু গিত মাত গাই, জই জগন্নাথ, জই জগন্নাথ বুলি বাটে বাটে টানি নিএ, আৰু ব্ৰাহ্মনবোৰে কল, আম, কঁঠাল আদি কৰি ৰথৰ পৰা জুমৰ মাজলৈ বেলিএ বেলিএ পেলাই দিএ। সেই ৰথ খন গৈ কোনো এক ঠাইত ৮ আঠ দিন মান থাকে; সেই আঠ দিনৰ মুৰত আকৌ ৰথ খন আপোন মঠলৈ ওভতাই টানি নিএ, তাকে উলটা ৰথ বোলে।

জগন্নাথৰ পৰা বহুত পাণ্ডা লোকে বঙ্গাল হিন্দুস্থান আদি দেসবোৰত সদাই ফুৰি ঘৰে ঘৰে গৈ কথাৰে ৰৰকৈ মানুহবোৰক ভুলাই আৰু পৰ কালৰ লাভক দেখুআই সকলোৰে মন উদগাই দিএ, কিয়নো জদি জাই তেন্তে জগন্নাথত থকা পাণ্ডা আৰু আনবিলাকৰহে লাভ। এই নিমিত্তে সেই দেসবোৰৰ পৰা লৰা তিৰোতা আদি কৰি অনেক অনেক হেজাৰ মানুহে, পাণ্ডাবিলাকে কোআত আৰু কেতবোৰ আপোন খুচিতে বচৰি বচৰি ওৰেসা দেসৰ জগন্নাথ দৰ্সন কৰিবলৈ গৈ থাকে। সেই তিৰ্থ জাত্ৰিবিলাকৰ মাজত বহুত সামান্য লোক জাই, আৰু বাটত জাঁওতে আৰু জগন্নাথ পোআতো অধিক খৰচ দেখি সিইঁতে কোনো সময়ত আপোনাৰ গৰু গাই বেচি, আৰু লোকৰ পৰা সৰহ বিয়াজ দিম বুলি ৰুপকো ধাৰ কৰি লৈ জাই, পিচে সেই ঠাই পালত ব্ৰাহ্মন, পাণ্ডা আৰু জগন্নাথত থকা বেস্যালি চোআলিবোৰ আৰু জিবিলাকে তিৰ্থ জাত্ৰিবিলাকক পোহে, সেই সকলোবিলাকে জাত্ৰি লোকৰ ৰুপ আৰু আন আন দ্ৰব্য বস্তু সকলো চলকৈ ক্ৰমে ক্ৰমে চেপি লই, আৰু উভতি জাঁওতে বাটত সিইঁতৰ টৌ, বাটি আৰু ভাল কাপৰ কানি থাকিলে সেইবোৰকো বেচি আৰু ভিখা মাগি খুজি খুজি খাই জাই। পিচে বহুত দুখ পাই দুখিয়া নিচলা হৈ আপোন ঘৰ বাৰি পাই গৈ। আৰু কি জানি তাৰ ঘৰ বাৰি আদি সকলো ভাগি চিগি নষ্ট হই, তাতে বৰ স্ৰমেৰে সেইবোৰ ভাল কৰিব লাগে, আৰু গৰু গাই আগৈএ বেচি গৈচিলে দেখি আকৌ বিয়াজকৈ ৰুপ ধাৰ কৰি কিনিব লাগে, আৰু সৰিল জদি ভালে থাকে তথাপি সেই সকল ধাৰ আৰু বিয়াজ সুজিবলৈ বহুত দিন দুখ কৰিব লাগে, কিন্তু জদি মৰিয়া পৰে তেন্তে সিইঁতৰ পৰিয়ালবোৰে সৈতে অতি দুখ পাই। আৰু অনেক অনেক জাত্ৰি লোকে কোনো বেলিও আপোনাৰ ঘৰলৈ উভতি জাবলৈকো নে পাই, কিয়নো আসাৰ

সাওন মাহত জাই দেখি আৰু সেই দুই মাহত ৰদ বৰ টান, সৰহ বৰখুন, ৰাতি থাকি বলৈ ভাল ঠাইকো নে পাই, আৰু কোনো দিনত লঘোনে থাকে, সেই সকলো দুখ পাই দেখি সৰহ মানুহ বাটত মৰে। আৰু জগন্নাথৰ ওচৰত চাৰিও ফালে সেই দুই মাহত অধিক মৰা স দেখা জাই। কিয়নো মাউৰ, জৰ, আৰু আন আন ৰোগে ধৰাত মানুহ বহুত মৰে, আৰু কেৰে নো পোৰে নো পোতে দেখি সেইবোৰক সিয়াল, কুকুৰ, সগুনে খাই থাকে, আৰু সদাই সেই ঠাইত মানুহৰ মুৰ হাৰবোৰ চাৰিও ফালে গোট গোট হৈ আছে। কোনো বচৰত জগন্নাথলৈ জোআ তির্থজাত্রিবিলাক ৫০,০০০ পঞ্চাস হেজাৰ মান উভতি ঘৰ নো পোআকৈএ মৰে। নৰিয়াবিলাক কেতবোৰ ৰথৰ আগত পৰি সিইঁতৰ ওপৰে দি ৰথ টানি নিএ দেখি চেপি অকস্মাতে মাৰে, আৰু কোনো লোক একো বেমাৰ নো হোআকৈএ ৰথৰ তলত পৰি মৰে, সিইঁতে ভাবে জে এনে কৰিলে ইশ্বৰ তুষ্ট হৈ সিইঁতক অনন্ত সুখ দিবলে একে বেলিএ স্বৰগলৈ দাঙ্গি নিএ।

পৰম ইশ্বৰে তুষ্ট হবলৈ হিন্দুবিলাকে জগন্নাথলৈ ইমান স্রমকৈ জাই, কিন্তু তাত ইশ্বৰ তুষ্ট ন হই কিয়নো পাপ গুচিবৰ কাৰনে জদি পুজা, বলি দান আদি দখিনা কৰি তির্থে তির্থে ফুৰে, আৰু আপোন প্রানকে ইশ্বৰলৈ বলি কৰি দিএ, তথাপি মানুহৰ অসিমা পাপৰ প্রাচিত্ত ন হই, কিয়নো পাপৰ নিমিত্তে ইশ্বৰে আমাৰ সৰিলত দুখ, আৰু ধন বস্তু হানি কৰিবলৈ আগ্যা দিয়া নাই, আৰু তেনে কৰম কৰাত ইশ্বৰে কাকো পুন্যৱন্ত বুলি নি লিখে; কেৱল অগনন পাপ জে আমি জন্মৰে পৰা পৰম ইশ্বৰৰ বিৰোধে কৰি তেঁওৰ সত্রু ভাও হলোঁ, সেই কাৰন মনত অতি খেদ কৰি ইশ্বৰৰ আগত চকুৰ লোএৰে পৰি প্রার্থনা কৰিব লাগে, আৰু জগতৰ নিমিত্তে তেঁও জি আপোন পুত্র প্রভু যিচু খ্রিষ্টক জগতৰ সকলো লোকৰ পাপৰ মহা প্রাচিত্ত কৰিবলৈ দান কৰিলে, সেই প্রভুত বিশ্বাস কৰি তেঁওৰ দোআৰাই ইশ্বৰত আপোন পাপৰ খেমা খুজিব লাগে, তাতেহে ইশ্বৰ তুষ্ট হৈ আমাৰ পাপ খেমা কৰিব, তাৰ বাহিৰে আন কোনো কৰমত বা কোনো আস্রুইত মানুহৰ পাপৰ খেমা হব নোআৰে।

ওপৰত লিখা নক্সাত্ জগন্নাথৰ ৰথ আৰু এজুম মানুহৰ এভাগে ফইৰে ৰথ টনা আৰু এভাগে সংখকে আদি কৰি বাদ্য ভণ্ড বজোআ আৰু নিচান ধৰা দেখা জাই। ৰাটৰ কোনত পোহাৰিবোৰে বেচা ৰ স্তু আগত লৈ বহি আছে আৰু ৰথৰ পিচত জন চাৰেক মানুহে মুৰত পাচি লৈ খোজ কাঢ়ি গৈছে, ৰথৰ আগত কাঠৰ ঘোঁৰা আৰু ঘোঁৰাচোআৰ দেখা জাই। §

---

## নানা জাতি মানুহে জি ৰিতিৰে খাই তাৰ বিৱৰন।

Customs of various nations in their Repasts.

মলদিৱ উপদিপৰ লোকবোৰে অকলে খাই। কোনোএ দেখে বুলি সিইঁতে ঘৰৰ আত গুপুত ঠাইত মনে মনে খাইগৈ; কিন্তু ফিলিপিন উপদিপৰ মানুহবোৰে অকলে কেতিয়াও নে খাই, খাবৰ সময়ত সিইঁতৰ কোনো লগ নে থাকিলে লৰি গৈ লগ বিচাৰি ফুৰে, আৰু জিমান কি ভোক নে লাগোক লগ নো হোআকৈ কেতিয়াও নে খাই।

চিন দেসৰ লোক সকলে মানুহক খাবলৈ মাতিলে জি ঘৰৰ গৰাকি সি কেতিয়াও আগত নে থাকে। সিইঁতে গাই পতি বাচন ন লৈ সকলোৰে মাজত একে খন পাত্রত খাবৰ দ্রব্য থৈ তাৰে পৰা সকলোএ হাতি দাঁতৰ হৈঁতাৰে খাই।

টাহিটি উপদিপৰ মানুহৰ ভিতৰত খাবৰ সমই হলে একে ঘৰৰ সকলোবোৰ পৰিয়াল বেলেগ হৈ, বাপেক পুতেক মাক জিয়েক গাই পতি খোআ দ্রব্য পাচিত লৈ দুহাত তিনি হাতৰ আঁতৰত বহি পিটি দি কথা বার্তা নো হোআকৈ মনে মনে খাই।

আমেৰিকাৰ আদি বাসি লোকবিলাকে আলহিকহে খাবলৈ মাতি থাকে, কিন্তু আপুনি একো নো চোএ। কোনো দেসত আলহিবোৰে খাবলৈ বহিলে গৰাকিএ গিত গাই থাকে। তাতাৰইঁতে খুআৰ লাগিলে কান মুচৰে, আৰু মুখ নে মেলে

মানলৈকে মুচৰি থাকে; পাচে মুখ মেলিলে চা-পৰি বজাই নাচে।

কিন্তু কাম্স্কাট্কা দেসৰ ৰিতিহে অতি আচ-ৰিত। সেই দেসিএ কাৰে সৈতে সখি বান্ধিব লাগিলে, সি আগেএ তাক খাবলৈ মাতে। পাচে ঘৰত জুই ধৰি বৰ তপত কৰি তাতে দুয়ো নাঙ্গট হৈহে সোমাই, তাতে আলহিএ খাই থাকোঁ-তে গৰাকিটে জুই টানকৈ জলাই থাকে, আল-হিটে সেই জুইৰ তাপ সহি ন ৰঁতিয়াই মানে খাই থাকে। সেনত এসাজ কাপৰ নাইবা কুকুৰ ভেঁটি নি দিয়ে মানলৈকে গৰাকিটে জুই জলাই-হে থাকে; আৰু ন মৰে মানলৈকে খুআই থা-কিম বুলি ভই দেখুআই। আলহিটেও তাৰ প্ৰতিকাৰ কৰিব পাই; তাৰ ঘৰলৈকো ঘৰৰ গৰাকিক নি, সেই দৰে খুআব আৰু জুই দিব পাই। কিন্তু আলহিএ মতাত সি জদি নে জাই, তেন্তে আলহিএ তাৰ ঘৰলৈ আহি সি দিয়া ভোট খান সে পাই মানে তাৰ ঘৰতে থাকে।

কাম্স্কাট্কাৰ লোকৰ এই ৰিতিৰ দোআৰাই জেয়ে সৈতে মিত্ৰ কৰে, তাৰ ধৌৰ্জ্জৰ পৰিখা বুজে। জি মানুহক আদিতে খুআই সি আলহি তাৰে সৈতে দুখ ভোগ কৰিবৰ ধৌৰ্জ্জ আচে নে নাই, আৰু তাৰ সম্পত্তিৰ এভাগ দিবৰ মৰম আচে নে নাই, তাৰে প্ৰমান বুজে। এই ৰূপে অসভ্য লোক সকলৰ অতি আচৰিত ৰিতি আচে। ✵



## আগষ্ট মাহৰ পঞ্জিকা।

খ্রিং অং ১৮৪৭। হিন্দু সক ১৭৬৯।

| | আগষ্ট | সাওন | সুৰ্য্যোদয় | সুৰ্য্যাস্ত | তিথি | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| দেও | ১ | ১৭ | ৫।২৮ | ৬।৪৪ | ২০ | ১০।১৮ |
| সোম | ২ | ১৮ | ৫।২৯ | ৬।৪৩ | ২১ | ১০।৫৭ |
| মঙ্গল | ৩ | ১৯ | ৫।২৯ | ৬।৪২ | ২২ | ১১।৪৩ |
| বুধ | ৪ | ২০ | ৫।৩০ | ৬।৪১ | ২৩ | ০।৩২ |
| ব্রিহস্পতি | ৫ | ২১ | ৫।৩০ | ৬।৪০ | ২৪ | ০।৩২ |
| সুকুৰ | ৬ | ২২ | ৫।৩১ | ৬।৩৯ | ২৫ | ১।২৩ |
| সনি | ৭ | ২৩ | ৫।৩১ | ৬।৩৯ | ২৬ | ২।১৪ |
| দেও | ৮ | ২৪ | ৫।৩২ | ৬।৩৮ | ২৭ | ৩।৭ |
| সোম | ৯ | ২৫ | ৫।৩২ | ৬।৩৭ | ২৮ | ৪।১ |
| মঙ্গল | ১০ | ২৬ | ৫।৩৩ | ৬।৩৬ | ২৯ | ৪।৫৬ |
| বুধ | ১১ | ২৭ | ৫।৩৩ | ৬।৩৬ | ০ | চন্দ্ৰাস্ত |
| ব্রিহস্পতি | ১২ | ২৮ | ৫।৩৪ | ৬।৩৫ | ১ | ৬।৫৯ |
| সুকুৰ | ১৩ | ২৯ | ৫।৩৪ | ৬।৩৪ | ২ | ৭।৩৬ |
| সনি | ১৪ | ৩০ | ৫।৩৫ | ৬।৩৩ | ৩ | ৮।১২ |
| দেও | ১৫ | ৩১ | ৫।৩৫ | ৬।৩২ | ৪ | ৮।৪৭ |
| | | ভাদ | | | | |
| সোম | ১৬ | ১ | ৫।৩৬ | ৬।৩১ | ৫ | ৯।২৫ |
| মঙ্গল | ১৭ | ২ | ৫।৩৬ | ৬।৩০ | ৬ | ১০।৩ |
| বুধ | ১৮ | ৩ | ৫।৩৭ | ৬।২৯ | ৭ | ১০।৪৩ |
| ব্রিহস্পতি | ১৯ | ৪ | ৫।৩৭ | ৬।২৮ | ৮ | ১১।২৭ |
| সুকুৰ | ২০ | ৫ | ৫।৩৮ | ৬।২৮ | ৯ | ০।১৪ |
| সনি | ২১ | ৬ | ৫।৩৮ | ৬।২৭ | ১০ | ০।১৪ |
| দেও | ২২ | ৭ | ৫।৩৮ | ৬।২৬ | ১১ | ১।৭ |
| সোম | ২৩ | ৮ | ৫।৩৯ | ৬।২৫ | ১২ | ২।২ |
| মঙ্গল | ২৪ | ৯ | ৫।৩৯ | ৬।২৪ | ১৩ | ৩।২ |
| বুধ | ২৫ | ১০ | ৫।৪০ | ৬।২৩ | ১৪ | চন্দ্ৰোদই |
| ব্রিহস্পতি | ২৬ | ১১ | ৫।৪০ | ৬।২২ | ১৫ | ৬।২৯ |
| সুকুৰ | ২৭ | ১২ | ৫।৪১ | ৬।২১ | ১৬ | ৭।১৭ |
| সনি | ২৮ | ১৩ | ৫।৪১ | ৬।২০ | ১৭ | ৮।৫ |
| দেও | ২৯ | ১৪ | ৫।৪২ | ৬।১৯ | ১৮ | ৮।৫১ |
| সোম | ৩০ | ১৫ | ৫।৪২ | ৬।১৮ | ১৯ | ৯।৪০ |
| মঙ্গল | ৩১ | ১৬ | ৫।৪৩ | ৬।১৭ | ২০ | ১০।২৯ |

আমাৱাস্যা ১১ দিনৰ পুআ ৫। ৫২ বজাত হই।

পুৰ্নিমা ২৬ দিনৰ ভাটি ০। ৩৮ বজাত হই।

২৬ তাৰিখত কাচাৰি বন্ধ।

# অৰুনোদই সম্বাদ পত্ৰ।

দুতিয় চোঙা। মো° সিৱসাগৰ, আগষ্ট ১৮৪৭ খ্রিষ্ট অ° সঁক। নম্বৰ ৮।

VOL. II. SIBSAGOR, ASAM, AUGUST, 1847. NO. 8.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

জোৰহাটৰ পকামুৰা গাঁৱত কিৰ্ত্তিম টকা তৈয়াৰি কৰি টেকচত অৰ্থাত মাইকি পোঞালি লাল পাতি চিকা আৰ্কট বজা ৰূপ মাৰি চলা চল কৰাতে শ্ৰী দুতিৰাম চিৰস্তাদাৰে গৈ চুৰাগ চন্ধান কৰি সেই লোককে এপ্ৰিল মাহত ধৰিলে। জিতৰাম গগৈ, ক্ৰিস্নৰাম, ৰাপিৰাম, তনু সোনাৰি, হলি, এই সকলে ৰূপ মাৰিচিল। হজুৰে তজবিজ কৰি সেই সকলক জিলা খাৰিজ ৭।৭ বচৰ মিয়াদ দি বৰ ফাটকে পঠাই আচে; বৰ সাহাবে ৮ জুলাই ইস্তক কইদে ৰাখিবৰ হুকুম দিলে।

১৯ জুলাইত স্তাল্কাৰ্ত্ত নামে এখান জাহাজ কলিকতা এৰি হুগলি নৈত ভটিয়াই জাঁওতে ৰামত লাগি ভাগি নষ্ট হল। পাচে ৩১ জুলাইত সেই জাহাজ নিলাম কৰি ২৫০ টকা মাথোন পালে।

লাহোৰ নগৰত ১৪ জুলাই তাৰিখত বধ কৰা আঠোটা মানুহক ফাঁচি দিলে, আৰু দু দিনলৈকে অৰা হৈ থাকিবলৈ দৰবাৰত হুকুম দিলে।

মান দেসৰ কিয়ানগেন নগৰত এজন মানুহে মই আগৰ ৰজাৰ কোঁৱৰ বুলি আপুনি মানুহ এমথা গোটাই দণ্ড চত্ৰ লৈ মান ৰজাৰ বিৰোধে দ্ৰোহ কৰাত ৰজাৰ সেনাবোৰে গৈ তাৰ মানুহ গোটা চাৰেক ধৰি ৰান্ধি আনিলে।

মলমাইন নগৰৰ এটা মচলমান লোকে মান দেসলৈ গৈ কিবা অলপ জগৰ লাগিলত মানৰ এক গাঁও বুৰাৰ আগ্যাৰে কোবাই বধ কৰিলে।

১২৬৪ ই° সঁকত এটা বৰ নেজাল তৰা ওলাল বুলি বুৰঞ্জিত লিখিচে। পাচে ১৫৫৬ সঁকত আৰু এটা ওলালত গিয়ানিএ একে তৰা বুলি জানিচিল, আৰু আন্দাজে ১৮৪৮ সঁকত আৰুও আহিব বুলি বাট চাই আচে। আৰুও ওলালে তাৰ পথ ঠিক কৰি জোখা হব।

ডাকৰ বাত্ৰা পঠাবলৈ এতিয়া বৰ আচৰিত জন্ত্ৰ সাজিচে, তাকে ইলেকত্ৰিক টেলিগ্ৰাফ অৰ্থাত বিদুলিৰ ডাক বোলে। বিদুলিৰ অতি বেগ, লোএ দি বৰকৈ খেদে; আৰু তাক ধাৰবলৈ আৰু ৰাখিবলৈ ফ্ৰাঙ্কলিন নামে এজন গিয়ানি লোকে আগেয়ে সিকালে। এতিয়া তাৰ বৰ উত্তম গুন প্ৰকাস হৈচে। জি নগৰলৈ ডাক পঠাব খোজে, তালৈ সুতাৰ নিচিনা লোৰ সলি তাল চ ৰেক পাতি, কিবা জন্ত্ৰত ৰখা বিদুলি সলিৰ মুৰত লগালে জিমান দুৰ হওক, একে নিমিসত সি মুৰলৈকে সলি তাল লৰিব। এতাল লৰিলে ক বুজিব, আন এতাল লৰিলে খ বুজিব, এই ৰূপে সকলো আখৰ বুজাই ডাক চলাইচে। ই°লণ্ড দেসত বিদুলিৰে ডাক চলাই; আমেৰিকা দেসতো দিঘে দিঘে ৪০০০ মাইলৰ পথত লোৰ তাল পাতিচে; ডিচেম্বৰ মাহত তৈয়াৰি হব বুলি কৈচে। এতিয়া চাৰি পাঁচ খন নগৰত তৈয়াৰ হল; সদাই ডাকৰ কথা চলাই আচে। এক মিনিটত চাৰি কুৰি মান আখৰ বুজা জাই।

ই°লণ্ডৰ দখিন ফালে ওএলচ দেসৰ লান্ৰিদৰ গাঁৱত হিউচ নামে এজনি মানুহে আপোনাৰ লৰা এটা চোআলি দুটাৰ ডিঙিত তোল লগাই ২৮ এপ্ৰিলত আপোনাৰ ঘৰৰ চতিত আৰি পেলাই মৰিবলৈ এৰি, পৰতলৈ পলাই গল। ১০ তাঁৰ মানৰ বাট গলত বিচাৰ কৰ্ত্তাৰ টৈকে-

লাই তাইক খেদি ধৰিলে। পাচে লোধ পোচ কৰাত তাই কলে, মোৰ লৰাবোৰ খাবলৈ নে পাই মৰাতকৈ বধ কৰাই ভাল, ইয়াকে মই জানিচোঁ।

মেঞ্চিষ্টৰ নগৰৰ ওচৰত চেৰাপ বেচা এটা ঘৰত তিনি চাৰি মানুহ চেৰাপ খাই মত্তলিয়া হলত ঘৰৰ গৰাকিএ আপোনাৰ ঘৈনিএকে সৈতে দন্দ কৰাত জিকিন নামে সিইতৰ এজন ঘৈনিএকৰ কলিয়া হৈ কথা কলত তৈএকৰ খঙ উঠি বাচনৰ চন্দুক মেলি কটাৰি লৈ জিকিনক খুঁচি কাটি মাৰিলে।

ইংলণ্ড দেসত মেক্‌ডনলদ নামে এটা মানুহে আপোনাৰ তিৰোতাক মৰাৰ কথা এক পোলিচৰ পিয়দাই সুনি, ঘৰলৈ গৈ তাইক তেজেৰে তিতা হৈ মাটিত পৰা দেখিলে, আৰু তৈএক চেৰাপ খাই বলিয়া হৈ বিচনাত সুই থকা দেখিলে। তাক সুধিলে, তোমাৰ তিৰোতাক কিয় মাৰিলবি সি কলে, তাই সদাই চেৰাপ খাই মোৰ আটাই ধন বস্তু নষ্ট কৰে, আৰু বলিয়া হৈ আপুনি জখলাৰ পৰা পৰি ঘা লাগিল। তেতিয়া তাৰ সক লৰাই কলে, ন হয়; বোপায়ে আইক মাৰি তাৰ ওপৰত জাঁপ মাৰি মাৰি গচকি মাৰিলে।

টাইমচ নামে লণ্ডনৰ এক সমাচাৰ পত্ৰত ২১ মেই তাৰিখত এই কথা লিখিলে। এটা মানুহে কটিকা খাই বলিয়া হলত আপোনাৰ মাকৰ ঘৰলৈ গৈ বাচন বৰ্ত্তন সকলো বস্তু ভাঙ্গিবলৈ ধৰিলে। তায়ে হাক দিলত সি একো নু সুনি তাইকো বল দিবলৈ ধৰাত তাই খৰি বৰ্হোআ লো এডাল হাতত ললে, তেও বখ্যা নো পোআত সি মাকৰ হাতত ধৰি ৰাখি কটাৰিৰে খুঁচি খুঁচি কাটিলে। মত্তলিয়া নো হোআ হলে মাকক মাৰিলেহেঁতেন; কিন্তু বলিয়া হোআৰ কাৰনে নোআৰিলে; মাকে দহ দিন মান নৰিয়া পৰি থাকি দৰব দি দি পাচে ভাল হল।

আমেৰিকাৰ সৈন্যবিলাকে মেক্‌চিকো দেসত লোমাই ৰাজ নগৰলৈ বাটত জাঁওতে পৰ্ব্বতৰ মাজত এটা বৰ সঙ্কট ঠাই পালে। সেই পৰ্ব্বতৰ ওপৰত চাণ্টিয়ানা ১ জন সেনাপতি ১৫,০০০ মান সেনাই সৈতে বৰ কোঁঠ কৰি আছিল। তাতে আমেৰিকা সৈন্য তাৰ নোঅৰাত কোঁঠত জুধ কৰি জিকি মুঠে ৩০০ মাৰি আৰু খুন কৰি, ৫ জন প্ৰধান সেনাপতি আৰু ৬০০০ সেনাক ধৰি বন্দিয়াৰ কৰিলে। চাণ্টিয়ানাই আন দুজন সেনাপতিএ সৈতে ঘোঁৰাত উঠি পলাল। আমেৰিকান মানুহে সেই কোঁঠত অনেক দ্ৰব্য সামগ্ৰি আৰু চাণ্টিয়ানাৰ এক চন্দুকত ৪০,০০০ টকা ৰূপ পালে। আমেৰিকাৰ মৰা ৬৪, আৰু খুন হোআ ২২৪।



Pyramid of Cholul

মেক্‌চিকো দেসৰ আদি বাসি আমেৰিকাৰ সকলো মানুহৰ মাজত অধিক, গিয়ানি আৰু ধনৱন্ত। দেও পূজক হৈ আছিল, আৰু সিইতৰ সেসৰ ৰজা সিংহাসনত উঠাত ৩০,০০০ ত্ৰিচ হেজাৰ নৰবলি দেৱতাৰ আগত এখান বৰ সিলত কাটি দিলে। ওপৰৰ নক্‌চাত চলুলা নগৰত থকা সিবিলাকৰ এখান পকি দেলান লিখা আচে। এনে সিংহক ধৰম ইশ্বৰে ন সহি ইস্পানিয়া মানুহক অনাই দেস নষ্ট কৰিলে। পাচে সিইতেও অনেক দুৰ্জ্জন কাম কৰাত অধিকাৰ বাৰ পোআতো এতিয়ালৈকে দেস থিৰ কৰিব পৰা নাই।

১৮ এপ্ৰিল দেওবাৰৰ ৰাতি পুআত বৰোষ্টৰ নামে এখান আমেৰিকাৰ জাহাজে ৩০০ জাত্ৰি লোক লৈ লিবৰপুল নগৰৰ পৰা গৈ মঙ্গল বাৰে খুন্দা খাই ভাগি তল গল; তথাপি মাচ মৰাদি সক নাৱেৰে সকলো ৰখ্যা পৰিল।

২৫ এপ্ৰিল দেওবাৰত একুস্মোত নামে এখান জাহাজ ২৪০ জাত্ৰি মানুহক কানাদা দেসলৈ নিবলৈ ইংলণ্ড দেস এৰি গল। ২।৩ দিন ভাৰৰ হলত ৰাটৰ গম নে পাই জাঁওতে আয়ৰলণ্ডৰ দাঁতিত থকা বৰ সিলনিত খুন্দা খাই ভাগিল। সকলোৰে মাজত জাহাজৰ ৰনুআ তিনটা মাথোন সাঁতুৰি ৰাম পালে। বৰখুন হোআৰ নিমিত্তে সিইঁতে সিলৰ মাজত সোমাই আছিল, ৰাতি পুআলত ওলাই ঘৰ বিচাৰি পালে। পাচ দিনা লৰা তিৰোতা আদি কৰি অনেক অনেক মৰা স ঢৌৰ দোআৰাই বামলৈ নি পেলোআ হৈছিল।

এটা সমাচাৰ পত্ৰত লিখিছে, ইংলণ্ড দেসৰ চেস্তৰফিলদ নগৰত থকা এজন নিলামৰ গৰাকিএ ৰাতি সুই থাকোঁতে টোপনিত সমাজিক দেখি, দাঁতৰ মাজত গুটি এটা সোমাই লাগিল বুলি জানি, তাক চিকুটি বৰ স্ৰমেৰে উলিয়ালত তেতিয়াই দুখেৰে সাৰ পাই চালে, দাঁত উভলি আহি হাতত থকা দেখিলে।

আয়ৰলণ্ড দেসৰ ওকনেল নামে এজন বৰ লোক নৰিয়া হৈ ৰোম নগৰলৈ জাঁওতে জেনোআ নগৰ পাই তাতে ১৫ মেই তাৰিখত মৰিল। তেঁও কমিয়া মতত বিস্বাস কৰি আপোনাৰ মৰা সৰ পৰা কলাভিল উলিয়াই তাক ৰোম নগৰলৈ পঠাই ৰাখিবলৈ আগ্যা দিলে। মৰাৰ পাচে সেই আগ্যাৰ দৰে মিতিৰবিলাকে কলাভিল কাটি উলিয়াই নি ২৭ তাৰিখত ৰোম নগৰ পাই এক গিৰ্জাত তাকে সামৰি থলে। হিন্দু লোকে জেনেকৈ তিথলৈ হাৰ পঠাই, তেঁও কৰা কৰমো সেই দৰ।

লিচ্‌বন নামে পৰ্তুগালৰ ৰাজ নগৰৰ বৰ কাটক মেলি কোনো ৰাজ দ্ৰোহি লোকে ১০০০ এহেজাৰ মান কইদিক মুকলি কৰিলে। পাচে ৰাজ সেনাই সিইঁতক জুধ কৰি ৫০ জনক মাৰিলে, আৰু ৬০০ মান ধৰি আকও কইদত দিলে।

ডিচেম্বৰ মাহত আলজেৰি দেসত কোনো আৰব সেনাবোৰে এটা মঠ কোঁঠ কৰি লৈ লোমাল; তাতে ফ্ৰাঞ্চিএ সিইঁতে লৈতে জুধ কৰি সেই কোঁঠ জিনি ললে। ফ্ৰাঞ্চিৰ ৩০ জন মানুহ মৰিল, ১০০ মান খুন হল; সিইঁতৰো অনেক মৰিল।

টাইম্‌চ নামে লঙ্কা দিপৰ এক সমাচাৰ পত্ৰত লিখিছে, তাতে আলি নামে ৬ মোন গধুৰ হোআ এজন জাহাজৰ কাপ্তান মিত্যু হল।

ইলিচাবেত আৰ্মিতেজ নামেৰে এজনি তিৰোতা মানুহে কুৰি বচৰ মান বয়সৰ পৰা ন বচৰলৈকে ৰাহিঁ ৰাহিঁ গৈ এতিয়া পাঁচ মোন মান গধুৰ হৈছে। এতিয়া লণ্ডন নগৰত আছে, তাইক দেখিবলৈ অনেক মানুহ জাই।

টৰ্ফিন নামে জি এক জন ফ্ৰাঞ্চি সেনা নাপলিয়ন ৰজা আৰু তাৰ আগৰ আন দুজনা ৰজাৰ তলেও ৰন কৰিলে, সি ফেব্ৰুআৰি মাহত ৯৪ বচৰ বয়স হৈ মিত্যু হল।

জোআ বচৰত আমেৰিকা দেসৰ নুয়ৰ্ক নগৰত হাৰ্বি নামে এজন পাদুৰি সাহাবে ১১১ বচৰ বয়স হৈ ইস্বৰৰ কিৰ্ত্তন কৰিলে। এইমান বুৰা হৈও জিয়াই ভালে আছে।

আমেৰিকাৰ ওহায়ো নামে এক প্ৰদেসৰ আক্ৰন গাঁৱত ১১৮ বচৰ হোআ সোপৰ্দ নামে এজন বুৰা সাহাব মিত্যু হল।

স্কটলণ্ড দেসৰ ইচলদ গাঁৱত হেনৰি এলদৰ নামে এজন বুৰা লোকে ১০৪ বচৰ হৈ মৰিল। জনমিৰৰে পৰা একো দৰৱ নো খোআকৈএ তেঁওৰ কাল গল।

জৰ্মানি আৰু অস্ত্ৰিয়া দেসত ফটিকা নো খোআ ১৪২৬ সভাৰ ১,১৯,০০০ মানুহ আছে; নৰোৱেই দেসত ১২৮ সভাৰ ১৪,০০০ মানুহ; চুইদন দেসত ৩২২ সভাৰ ৯০,০০০ মানুহ; আমেৰিকা দেসত ৮,০০,০০০ আঠ লাখতকৈ অধিক আছে।

ৰুচিয়া দেসৰ উৰাল পৰ্বত খানি খানি, জোআ বচৰত ৩৪,০০০ সেৰ সোন পাই উলিয়ালে।

ৰুচিয়া দেসৰ মস্কো নগৰত ১৬৮ বচৰ বয়সিয়া এজনি বুৰি মানুহ আছে, এই বাত্ৰা সমাচাৰ পত্ৰত পাইচোঁ। প্ৰিথিবিত থকা সকলো মানুহতকৈ ডাঙৰ; জেতিয়া ১২২ বচৰ হৈছিল তেতিয়া তাইক পঞ্চম পতিএ বিয়া কৰিলে।



The Sikh Trophy Guns "forming up," in the fort of b. ;nghyr.

মুঙ্গেৰ নগৰত সাৰিকৈ পাতি থোআ পঞ্জাবি বৰ তোপ

পঞ্জাবি দেশত ৰন কৰোঁতে কম্পানিএ ভি ২৫২ ৰৰ টোপ কাঢ়ি নিলে, সেই সকলোকে কলিকতা ৰাজ নগৰলৈ আনিলে। ৰাটত আহোঁতে গঙ্গাৰ ভিতৰ থকা মুঙ্গেৰ নগৰ পাই সকলো মানুহে দেখিবৰ নিমিত্তে সাৰি সাৰিকৈ থলে। তাৰ নকচা সি পিটিত লিখা আছে। সেই টোপবোৰ ৰথত তুলি ৰলধিৰে হাতিৰে টানি আনিলে, আনোঁতে দিনে পতি খৰচ এহেজাৰ মান ৰূপ হল। নকচাৰ মাজত গৰবোৰ দেখা জাই, দুয়ো কালে ৰৰ টোপ সাৰিকৈ পাতি থোৱা হৈছে। সোঁ কালে দুটা নিচান, হাতি, মানুহ, তাম্বু ঘৰো আছে; বাঁও কালে ঘোঁৰা, উট, আৰু গচৰ সি কালে এটা ৰৰ পকি ঘৰ দেখে।

ইংৰাজি দেশত ৬৫৫ সমাচাৰ পত্ৰ সদাই চাপি চলাই আছে।

ফ্ৰাঞ্চ দেশৰ কলুনি গাঁৱত এজন সিলাকুটি মৰা জেন জানি পেৰাত সুমাই গাঁতত নমাই দি পুতিবলৈ ধৰিলে। তেতিয়া মাটি পেৰাত পৰিলত মৰাটে সাৰ পাই ৰৰ ৰলেৰে পেৰাৰ ঢাকনি গুচাই ওলালহি।

সেই দেশৰ নৰাক গাঁৱতো এজন ধনি মানুহৰ তিৰোতাক পুতিলত মৈদামৰ ভিতৰৰ পৰা কেঁকনি মাত সুনিলে। তাতে খানি উলিয়াই জিয়া পালে, কিন্তু অতি অসক্তি হোৱাত অলপ বেলিৰ পাচতে মৰিল। ইয়াৰ পৰা আমি জানোঁ, মানুহ মৰিলে অতি বেগে পুতিব বা পুৰিব নে পাই; কি জানি মূৰ্চ্ছিত মাথোন হৈ পাচে জিব পাৰে।

ইংৰাজি এক বিদ্যালইত এজন মানুহে জেলুক সামুক খাওঁতে মুখত সিলৰ দৰে কিবা টান পাই, উলিয়াই চালত ২০০০ ৰূপ দাম হোৱা এটা মুকুতা পালে।

আমেৰিকা দেশত লোহাৰ ঘোঁৰাই ৰথ টনাৰ কথা। ৪ থন ৰথ জিটো ঘোঁৰাই নিএ সি খাঁহ নে খাই, নাগ মাটি খাইহে ৰন কৰে। কাম কৰি থকাত দিনে পতি লাগে নাগ মাটি ৩০ মোন, তেহে সি ভালে থাকে। জেতিয়া জাই তেতিয়া সি ৰৰকৈ কোঁপাই। ॥

## ধৰমৰ কথা বাত্ৰা।

Religious Intelligence.

মান দেশৰ ভিতৰত কাৰেন নামে মিখিৰ নিচিনা এবিধ মানুহ মানৰ অধিন হৈ থাকে। আমেৰিকান পাদুৰি সাহাবে সেই দেসলৈ গৈ খ্ৰিষ্টিয়ান ধৰম কিৰ্ত্তন কৰাত ১৮২৮ ইং সনৰ ১৬ মেই তাৰিখত কোথাবিউ নামে প্ৰথম কাৰেন সিস্য বুৰ দিয়া হল। তেঁও আৰু অন্য সিস্যো ও কিৰ্ত্তন কৰাত কাৰেন লোকে ক্ৰমে ক্ৰমে খ্ৰিষ্টত বিস্বাস কৰি এতিয়া ঠায়ে ঠায়ে ৬০০০ চ হেজাৰ মান সিস্য হৈছে। কাৰেন লোকৰ লিখা আখৰ আগৰ নাইকিচিল; কিন্তু এতিয়া পাদুৰি লোকে আখৰ সিকাই দিয়াত সিইঁতৰ অনেকে আপোনাৰ ভাসা লিখি পঢ়িব পাৰে।

মাদাগাস্কৰ উপদিপৰ পৰা অক্টোবৰ মাহৰ এই কথা বাত্ৰা সুনিলোঁ। তাত থকা খ্ৰিষ্টিয়ান লোকে অতি তাড়না পায়ো সিবিলাকৰ সংখ্যা বাঢ়ি বাঢ়ি গৈছে। এতিয়া এসতকৈ অধিক মানুহ ধৰম লোৱা হৈছে, সিবিলাকৰ মাজৰ ৰানিৰ ৰৰ পুতেক অৰ্থাত জুবৰাজ। তেঁও এতিয়া নিকদিমৰ নিচিনা ভয়াতুৰ, তথাপি ধৰম পুথি পঢ়িবলৈ আৰু প্ৰাৰ্থনা কৰিবলৈ সিস্যৰ লগলৈ সদাই গৈ গৈ থাকে। ৰানিএ সকলো খ্ৰিষ্টিয়ানক ধৰিবলৈ মানুহক পঠাত ২১ জন ধৰা গল। সিইঁতক মাৰিবলৈ আগ্যা দিলে, কিন্তু সিইঁতৰ নিমিত্তে জুবৰাজে প্ৰাৰ্থনা কৰাত ১২ টা মুকলি কৰিলে; সি ন জনৰ পৰিবাৰ কাৰনে কোনো বিসম দৰৰ খুজালে। তাৰে এজন মৰিল, থকা ৮ জনক বন্দি কৰি বেচিলে। পাচে সিবিলাকৰ ভাই সকলে ধন গোটাই সিবিলাকক কিনিবলৈ দিলে। আৰু মানুহে কই, সেই ধন জুবৰাজে সৰহ খনি দিলে।

তাহিতি মাকুলিত ফ্ৰাঞ্চি লোকে আদি বাসি মানুহক ৰন কৰি সিইঁতৰ ওপৰত পোমাৰি নামে আগৰ ৰানি দেসাধিকাৰ ৰাৰ দি থলে, আৰু এতিয়া ৰন বিগ্ৰহ গুচিলত সকলোএ মন খুচিএৰে ধৰমৰ কথা প্ৰবৰ্ত্তিবলৈ সক্তি পালে।

জৰ্মানি দেশৰ ক্ৰুজিচ গাঁৱত এজন কমিয়া পাদুৰিএ খ্ৰিষ্টৰ এটা সিলা মূৰ্ত্তিৰ আগত সেৱা প্ৰাৰ্থনা কৰোঁতে মূৰ্ত্তিৰ মূৰ ভাগি পৰি পাদুৰিৰ

মুৰ ভাঙ্গিলে। তাতে বৰ বেদনা পাই সি পৰ দিনা মৰিল। খ্রিষ্টিয়ান সাস্ত্রে মুর্ত্তি সাজি সেৱা কৰিবলৈ নিসেধ কৰে; কিন্তু ৰুমিয়া ধৰম স্বৰুপ খ্রিষ্টিয়ান ন হই; দেও দেবিৰ নাম মাথোন সলাই খ্রিষ্টৰ নাম মুর্ত্তিতে লগাই।

ৰুচিয়া দেসৰ কনিগ্‌বেৰ্গ নগৰত ৭০০ সাত স য়িহুদি লোক সনিবাৰক বিস্রাম কৰিবলৈ এৰি খ্রিষ্টিয়ান বিস্রাম বাৰ অর্থাত দেওবাৰক ৰাখিবলৈ ধৰিচে। ।



প্রার্থনা কৰা সৰু লৰা।

---

## বাবেল নগৰৰ বিবৰন।

The City of Babylon.

দুহেজাৰ মান বচৰ হল, এই দেসৰ পচিমে এহেজাৰ মান ক্রোচৰ আঁতৰত ফৰাত নৈৰ পাৰত বাবেল্ নামে নগৰ আচিল। সেই নগৰ চেমিৰামা নামে এজনা ৰানিয়ে আপোনাৰ কির্ত্তি ৰাখিবৰ নিমিত্তে কৰাইচিল। তেঁও আপোনাৰ নাম অমৰ কৰিবৰ নিমিত্তে অতি মন দি পুর্ব পুৰুসতকৈ তেঁওৰ জসস্যা বঢ়াবৰ অভিপ্রায়েৰে তেঁওৰ মহা ৰাজ্যৰ পৰা কুৰি লাখ মানুহ গোটাই এই নগৰ কৰালে।

তেঁওৰ পাচে জি সকল ৰজা হৈচিল সিবিলাকেও এই নগৰ নানা দৰে বঢ়োআত সি প্রিথিবিৰ ভিতৰত এক মহা আচৰিত বস্তু হৈচিল, এতেকে তাৰ সবিসেস বিবৰন আমি লিখিম।

বাবেল্ নগৰ এখন বৰ পথাৰৰ মাজত আচিল। তাৰ চাৰিও ফালৰ গৰ ৬৪ হাত বহল আৰু ২৩২ হাত ওখ। সেই নগৰ চাৰি চুকিয়া প্রতি ফালেই চাৰে সাত ক্রোচ দিঘল এই নিমিত্তে চাৰিও ফালে ৩০ ক্রোচ আচিল। গৰটো বৰ বৰ ইটাৰে কৰিচিল আৰু সেই দেসত হোআ এনেহে এবিধ কঁৰালেৰে কৰিচিল জে গৰবোৰ একেটা সিলৰ দৰে টান হৈচিল। গৰৰ চাৰিও ফালে ইটাৰে বন্ধোআ পানি ভৰি থকা এটা বৰ খাৱৈ আচিল। সেই খাৱৈ খনা মাটিৰেই গৰৰ গোটেই ইটা হৈচিল, তাতে খাল কিমান ডাঙ্গৰ বুজি চোআ।

এই চাৰি চুকিয়া নগৰৰ চাৰিও ফালে পঁচিচ খন সুধ পিত্তলৰ দুআৰ আচিল, আৰু সেই দুআৰবিলাকৰ মাজে মাজে গৰতকৈ ওখ একোটা একোটা মঠ আচিল, আৰু প্রতি দুআৰৰ পৰা সি ফালৰ দুআৰলৈকে এস হাত বহল আৰু ৭৷৷ ক্রোচ দিঘল একোটা বৰ আলি আচিল, আৰু এই ক্রমে ৭৷৷ ক্রোচ দিঘল মুঠত ৫০ টা আলি আচিল। ইয়াত বাজে চাৰিও গৰৰ গাতে চাৰিটা ২০০ হাত বহল বৰ আলি আচিল। সেইবিলাক আলিৰ পৰা গোটেই নগৰতে ৬৭৬ চাৰি চুকিয়া ভাগ হৈচিল, প্রতি ভাগ চাৰিও ফালে একো ক্রোচ আৰু চাৰিও পোনে আলিৰ কানতে তিনি চাৰি তলা ওখ বৰ সুন্দৰ সুন্দৰ পকি ঘৰ আচিল, আৰু মাজতে একো খন ফুল বাৰি আচিল।

নগৰৰ জি পুখুৰি আৰু বৰ খাৱৈ আচিল সিও অতি আচৰিত আৰু উপকাৰক। ফৰাত নৈ জি আৰ্মেনি পৰ্বতৰ পৰা আহিচিল, জহ কালি ৰদৰ তাপত তাতে গোটা হৈ থকা পানি পমি জোল হলে নৈত ঢল আহি নগৰৰ আৰু গাঁৱৰ মানুহবোৰৰ বৰ অপকাৰ কৰিচিল, তাকে নিবাৰন কৰিবলৈ নগৰৰ উজনিত দুটা খাৱৈ কৰি সেই খাৱৈৰে ঢল পানি তিগ্রি নামে আন এখন নৈত পেলাইচিল নি, আৰু ঢলে দেস নষ্ট কৰে বুলি নৈৰ পাৰ বৰ ওখকৈ বান্ধিচিল।

গৰকে আদি কৰি কৰম কৰিবলৈ বাবেল নগৰৰ পচিম ফালে চাৰিও ফালে কুৰি ক্রোচ ২৩ হাত দ এটা বৰ পুখুৰি খানিচিল। এই খালতে গোটেই খন ফৰাত নৈকে পেলাইচিল, পাচে বন হলত আৰুও ন লৈ পানি এৰি দিচিল। কিন্তু বচৰি ঢল আহি নগৰ নষ্ট ন কৰিবলৈ সেই পুখুৰিটো তেনেই থৈচিল, আৰু তাতে গোটেই বচৰ পানি ৰাখি সৰু সৰু খাৱৈ খানি গোটেই দেস-

ৈলকে পানি চলাই ভালেমান উপকাৰ কৰিচিল। এতেকে সেই বৰ পুখুৰিয়ে দেস উৰ্ব্বৰাও কৰিচিল আৰু ঢলে অপকাৰ ন কৰাকৈও ৰাখিচিল। কেৱে কেৱে কই বোলে, এই সকল কৰম নিবুখদ্নেচৰ ৰজাই কৰিচে, কিন্তু কোনোএ কোনোএ তেঁওৰ বোআৰিয়েকে কৰা বুলিও কই।

এই নগৰৰ উত্তৰৰ পৰা দখিনলৈকে ফৰাত নদিৰ এক সুঁতি বৈচিল। সেই নৈৰ দুয়ো পাৰে নগৰৰ চাৰিও ফালৰ গৰৰ মান বহল দুটা গৰ আচিল, এই গৰতে পিতলৰ দুআৰ আচিল আৰু নগৰৰ মানুহৰ উপকাৰলৈ বন্ধা ঘাট আচিল। সেই দুআৰবোৰ ৰাতি জপোআত দুখন নগৰ হেন দেখিচিল।

নগৰৰ মাজৰ নৈৰ ওপৰত এখন অতি বিচখ্যন সাঁকো আচিল। তাক অতি আচৰিত দৰে সাজিচিল, কিয়নো নৈৰ তলত বালি আচিল, কিন্তু তেও তাৰ খিলানলো আৰু সিহেৰে অতি টানকৈ বান্ধিচিল। এই সাঁকো সাজিবৰ নিমিত্তে নৈ খন বান্ধি আন এফালে ওভোতাইচিল।

নগৰৰ ভিতৰত সাঁকোৰ দুই মুৰে দুখন ৰজাৰ নগৰ আচিল, তাৰে ই নগৰৰ পৰা সি নগৰলৈ জোআ নৈৰ তলেৰে এটা সুৰুঙ্গা বাট আচিল; আৰু সেই বাট নদি সুকাই থাকোঁতে কৰিচিল। নদিৰ পুৰ মুৰে পুৰনি ৰাজ নগৰ আচিল, সি চাৰিও ফালে দুই ক্রোচ।

নদিৰ পচিম পোনে ন নগৰ আচিল, সি প্ৰাই চাৰি ক্রোচ, তাৰ চাৰিও ফালে তিনটা গৰ আচিল, এটাৰ ভিতৰে আন এটা। সেই গৰৰ ওপৰত সিলৰ নানা জন্তুৰ মুৰ্ত্তি আচিল। ন ৰাজ নগৰত ওলমি থকা এখন প্ৰসিধ ফুল বাৰি আচিল। সেই ফুল বাৰি চাৰি চুকিয়া প্ৰতি ফালে ২৬৬ হাত দিঘল আৰু খিলানেৰে অনেক থাক পাতি নগৰৰ সমান ওখ কৰিচিল। সকলোৰে ওপৰৰ থাকৰ ওপৰত চাৰে দহ হাত দিঘল আঢ়ৈ হাত বহল বৰ বৰ সিলবিলাক পাৰিচিল। পাচে এবিধ আঠাৰে নলবিলাক পাৰি তাতে দুতৰপৈকৈ ইটা থুআই তাৰো ওপৰত ভাটৈকে সিহৰ হাল পতা মাৰিচিল, আৰু সেইবিলাকৰ নিম্মিতে মাটিৰ ৰস পমি ন পৰা হলত তাৰ ওপৰত এনে ভাটৈকেহে মাটি দিচিল, জে বৰ বৰ বট গচো সিপা ধৰিব পৰা হল আৰু সেই দৰে ফুল বাৰিৰ সোভাৰ উপজুক্ত এটাই ব্ৰিখ্য আৰু ফুল হল।

বুৰঞ্জি লেখক সকলে কই বোলে নিবুখদ্নেচৰৰ ঘৈনিয়েক আভামচ্ মাদিয়া দেসৰ ৰজাৰ জিয়াৰি আচিল দেখি, তেঁও স্বদেসৰ পৰ্ব্বত আৰু ফুল বাৰি দেখি বাবেলতো সেই দৰে কৰিবৰ ইচা কৰাত নিবুখদ্নেচৰে এই মহা আচৰিত কৰম কৰাইচিল।

বাবেল্ নগৰৰ পঞ্চম আচৰিত বস্তু। বেল নামে দেৱতাৰ মন্দিৰ; সি আদ ক্রোচ ঠাই জুৰিচিল আৰু ৮০ হাত ওখ। সি আঠ তলা আচিল, তাৰ বাহিৰে গাত ঘুৰনিয়া জখলা আচিল, তাৰে আঠ থাক ঘুৰি ওপৰ উঠিব পাৰিচিল। ওপৰত গ্ৰহ নখ্যত্ৰ চোআ ঠাই আচিল, এতেকেহে বাবেলৰ লোক সকল জ্যোতিৰ্বিদ্যাত আটাই জাতিতকৈ পাৰ্গত আচিল।

কিন্তু এই মন্দিৰ বেল দেৱতাৰ উদিষ্টেতে কৰিচিল, আৰু সেই দেৱতাৰ ২৭ হাত ওখ সুধ সোনৰ এটা মুৰ্ত্তি আচিল, তাৰ দৰ দুই কোটি চইসষ্ঠি লাখ ৰূপ আচিল। মন্দিৰত সোনৰ বাচন সোলে কোটি আসি লাখ ৰূপৰ আচিল। পাৰস্য দেসৰ স্ফিন্দিয়া নামে গ্ৰিক দেসৰ ৰজা ৰনৰ পৰা উভতি আহোঁতে সেই মন্দিৰ ভাঙ্গি তাৰ ধন লুটি নিলে। চেকন্দৰ সাহ ভাৰত বৰ্ষৰ পৰা উভতি জাঁওতে এই মন্দিৰ নকৈ কৰাবৰ অভিপ্ৰায়ে দহ হেজাৰ মানুহ লগাই তাৰ মলিৰোৰ দুমাহ মানলৈকে গুচুআইচিল, কিন্তু এনেতে তেঁও মৰিলত কাৰ্জ বিফল হল।

এই জে মহাঁ নগৰ সি এতিয়া এনেকৈহে লোপ পালে, জে সি কত আচিল তাৰে ঠিকনা নাই আৰু তাৰ মনোহৰ ফুল বাৰি আৰু আচৰিত মন্দিৰৰ দুভোখৰ সিলো একে লগে পোআ নে জাই। সেই দেসি লোকে সিহঁতৰ দেসত এনে আচৰিত নগৰ আচিল বুলি ভু নে পাই কিন্তু তাৰ বিবৰন আন জাতিৰ তত আচে। প্ৰিথিৱিৰ ওপৰত মানুহৰ সকলো কৰমেই এই ৰূপ অথিৰ।

✻



Tobacco Plant and house for drying the leaf in America.

এই নক্চাৰ ভিতৰত আমেৰিকা দেশৰ ধপাতৰ গচ এজোপা ফুলি থকা দেখা জাই, আৰু ঘৰৰ ভিতৰত ডোলত আৰি সেই ধপাতৰ পাত সুকাইচে। আৰু ওচৰতে পিপা থিয়কৈ থৈচে; পাচে ধপাতৰ পাতবোৰ চেপি চেপি পিপাত ভৰাই, সেই দেশৰ পৰা আন দেশবোৰলৈ বেচিবলৈ পঠাই দিএ। §

---

ঈশ্বৰৰ মহিমা।

কেৱল এক জি পৰম ঈশ্বৰ
সত্য নিত্য ভগৱন্ত,
সকলোৰে আদি অন্ত
তেঁও অনাদিও অনন্ত;
সৃজন পালন সংহাৰ কৰ্ত্তা
তেঁওৰ বাহিৰে কোনো নাই,
জিৱন মৰন মুক্তি দাতা
প্ৰভু সৰ্ব্বানন্দ সদাই।
সৰ্ব্বসক্তি সৰ্ব্বজ্ঞানি
অবিনাসি নিৰামই,
সৰ্ব্ববিয়াপি সৰ্ব্বদৰ্সি
অন্তৰ্য্যামি দয়ামই;
তেঁও নিষ্পাপি পৰমাৰ্থিক
গুন অসিমা প্ৰেম আধাৰ,
সকল প্ৰভুৰ ওপৰ প্ৰভু
এই নিৰঞ্জন নিৰাকাৰ।
এনে পৰম ৰুপ য়িহোৱা
নামে ধৰমু এক ঈশ্বৰ,
তেঁওৰ মহিমা গুন প্ৰসংসা
কিৰ্ত্তন কৰোক নিৰন্তৰ,
জি জি থাকে এই ভুলোকত,
জি জি থাকে ওপৰ থান,
সকল কৰোক জয়ধ্বনি
একে স্বৰে ধৰি গান।

Almanac for September, 1847

চেপ্তেম্বৰ মাহৰ পঞ্জিকা।

খ্রিং অং ১৮৪৭। হিন্দু সংক ১৭৬৯।

| | চেপ্তেম্বৰ | ভাদ | সুৰ্য্যোদই | সুৰ্য্যাস্ত | চন্দ্ৰাংশ | চন্দ্ৰোদই |
|---|---|---|---|---|---|---|
| বুধ | ১ | ১৭ | ৫।৪৩ | ৬।১৬ | ২১ | ১১।১৯ |
| ব্রিহস্পতি | ২ | ১৮ | ৫।৪৪ | ৬।১৫ | ২২ | |
| সুকুৰ | ৩ | ১৯ | ৫।৪৫ | ৬।১৪ | ২৩ | ০।১১ |
| সনি | ৪ | ২০ | ৫।৪৫ | ৬।১৩ | ২৪ | ১।৪ |
| দেও | ৫ | ২১ | ৫।৪৬ | ৬।১২ | ২৫ | ১।৫৬ |
| সোম | ৬ | ২২ | ৫।৪৬ | ৬।১১ | ২৬ | ২।৪৯ |
| মঙ্গল | ৭ | ২৩ | ৫।৪৬ | ৬।১০ | ২৭ | ৩।৪০ |
| বুধ | ৮ | ২৪ | ৫।৪৭ | ৬।৯ | ২৮ | ৪।৩০ |
| ব্রিহস্পতি | ৯ | ২৫ | ৫।৪৭ | ৬।৮ | ০ | চন্দ্ৰাস্ত |
| সুকুৰ | ১০ | ২৬ | ৫।৪৮ | ৬।৭ | ১ | ৬।১২ |
| সনি | ১১ | ২৭ | ৫।৪৮ | ৬।৬ | ২ | ৬।৪৮ |
| দেও | ১২ | ২৮ | ৫।৪৯ | ৬।৫ | ৩ | ৭।২৫ |
| সোম | ১৩ | ২৯ | ৫।৪৯ | ৬।৪ | ৪ | ৮।৩ |
| মঙ্গল | ১৪ | ৩০ | ৫।৫০ | ৬।৩ | ৫ | ৮।৪২ |
| বুধ | ১৫ | ৩১ | ৫।৫০ | ৬।২ | ৬ | ৯।২৪ |
| | | আহিন | | | | |
| ব্রিহস্পতি | ১৬ | ১ | ৫।৫০ | ৬।১ | ৭ | ১০।৯ |
| সুকুৰ | ১৭ | ২ | ৫।৫১ | ৬।০ | ৮ | ১০।৫৭ |
| সনি | ১৮ | ৩ | ৫।৫১ | ৫।৫৯ | ৯ | ১১।৪৯ |
| দেও | ১৯ | ৪ | ৫।৫২ | ৫।৫৮ | ১০ | |
| সোম | ২০ | ৫ | ৫।৫২ | ৫।৫৭ | ১১ | ০।৪৫ |
| মঙ্গল | ২১ | ৬ | ৫।৫৩ | ৫।৫৫ | ১২ | ১।৪৪ |
| বুধ | ২২ | ৭ | ৫।৫৩ | ৫।৫৪ | ১৩ | ২।৪৬ |
| ব্রিহস্পতি | ২৩ | ৮ | ৫।৫৩ | ৫।৫৩ | ১৪ | ৩।৪৮ |
| সুকুৰ | ২৪ | ৯ | ৫।৫৪ | ৫।৫১ | ১৫ | চন্দ্ৰোদই |
| সনি | ২৫ | ১০ | ৫।৫৪ | ৫।৫০ | ১৬ | ৬।৪০ |
| দেও | ২৬ | ১১ | ৫।৫৫ | ৫।৪৮ | ১৭ | ৭।৩০ |
| সোম | ২৭ | ১২ | ৫।৫৫ | ৫।৪৭ | ১৮ | ৮।২৬ |
| মঙ্গল | ২৮ | ১৩ | ৫।৫৫ | ৫।৪৬ | ১৯ | ৯।১৩ |
| বুধ | ২৯ | ১৪ | ৫।৫৫ | ৫।৪৫ | ২০ | ১০।৬ |
| ব্রিহস্পতি | ৩০ | ১৫ | ৫।৫৬ | ৫।৪৪ | ২১ | ১০।৫৯ |

১ আৰু ২ তাৰিখত কাচাৰি বন্ধ।
আমাবাস্যা ৯ দিনৰ ভাটি ৯। ৪১ বজাত হই।
পুৰ্নিমা ২৪ দিনৰ ভাটি ৮। ১৯ বজাত হই।
২৪ চেপ্তেম্বৰৰ ৰাতি ৭৫ ঘণ্টা বাজিবৰে পৰা ৯৫ ঘণ্টা বজালৈকে চন্দ্ৰ গ্ৰহন হব।

# অৰুনোদই সম্বাদ পত্ৰ।

দ্বিতিয় চোঙা। মো° সিৱসাগৰ, চেপ্তেম্বৰ ১৮৪৭ খ্ৰিষ্ট অ° সঁক। নম্বৰ ৯।

VOL. II. SIBSAGOR, ASAM, SEPTEMBER, 1847. NO. 9.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

এই অসম দেসৰ সিৱসাগৰ জিলাত চেপ্তেম্বৰ মাহৰ ১৬ তাৰিখৰ পৰা অনেক মানুহ উদৰ ভেদ হোআ বেদনাতে এদিন বা দুদিন থাকি মিত্যু হৈছে। চেপ্তেম্বৰৰ সেস পথত মুনিহ ২০, তিৰোতা ১২, লৰা ৮, মুঠে ৪০ জন মানুহ মৰিল। আগ বচৰত সেই মাৰ্টৰে গুআহাটিত লাগি, পাচে নগাঁও তেজপুৰলৈ ক্ৰমে ক্ৰমে উজাই আহি দেস খনতে বিয়াপক হল।

৯ অক্তোবৰ তাৰিখৰ দুপৰৰ পৰা গধুলিলৈকে জি মানুহবিলাকে সূৰ্জ্জৰ গ্ৰহন দেখিব খোজে, সুদা চকুএৰে চালে ৰদৰ ৰস্মিত চকুএ টান পাই; ধুঁআ লগা আৰ্চিএৰে বা নিৰ্ম্মল পানিত ৰেলিক চালে, চকুএ দুখ নে পাই।

বৰ আলিৰ ওচৰৰ কঁকিলা গাঁৱত থকা মনিয়া নামে এজন মানুহে মাকৰ সৰাধ কৰিবৰ নিমিত্তে ভায়েকৰে সৈতে পুহৰ ১০ দিনত মহ খুঁটিৰ গাখিৰ আনিবলৈ জাঁওতে জাঁওতে বাঘলৈ পতা ধেনুৰ বিহ কাঁৰ কৰঙ্গনত লাগি, কাঁৰ বিহ দিয়া লোহাৰ আগ দুই আঙ্গুলি মান সৰকি গল। তাতে সি আপুনি সেই বিহৰ লো সোলোকাই গুচালত ভায়েকে কাঁৰটো টানি উলিয়ালে। সেই দৰে কাঁৰ উলিওআত বিহ নে থাকিল; কিন্তু বহুত তেজ জোআত মৰিব লগা হল। এমাহ মান পৰি থাকিলত ভাল হল, তথাপি ভৰিটো গোধাৰ নিচিনা ডাঙ্গৰ হৈ ৰল।

৭ আগষ্ট তাৰিখত কৰ্নেল লাৰঞ্চ আৰু লাহোৰৰ ৰাজ মেলে তেজ সিংহ নামে এজন বৰ লোকক মৰ্য্যদা কৰি, সৰদাৰ-বৰকুআৰ-জাৰিওলিপ্তাদাৰ-আজিম-স্যাখৈৰখুআ-সৰকাৰিয়া-সফদৰও ৰাজা সিয়াল কোঁঠৰ ৰজা তেজ সিংহ এই নামেৰে ৰজাৰ বাব দিলে। কিন্তু মহা ৰজা দলিপ সিংহ লৰা হৈ আপোনাৰ মাকৰ কথা সুনি অভিসেক কৰিবৰ কালত নাহিল, বহু পলম কৰি পাচে মলিৰে কাপৰ পিন্ধি অহাতো দস্তুৰ মতে তিলক আদি দিবৰ মতি নাই। মহা ৰানিএ সেই ৰূপে লৰা ৰজাক কুমন্ত্ৰনা সিকোআৰ নিমিত্তে তেঁওক আৰু ৰাখিবলৈ নিসেধ কৰি অন্য নগৰত আঁতৰাই নি থলে।

পঞ্জাব দেসৰ লাহোৰ নগৰত থকা কৰ্নেল লাৰঞ্চ ৰাজ মন্ত্ৰিৰ আলচেৰে ৰাজ মেলুআই সকলে সতি জোআ নিবাৰন কৰিবলৈ আগ্যা চলাইছে।

পঞ্জাবি দেসৰ জলন্দৰ নামে জি এডোখৰ কম্পানিএ ৰাখিলে, তাত কোনো লোকে গৰু মাৰি বজাৰত মঙ্গহ বেচে দেখি, সেই দেসৰ লোকে বেজাৰ পাই তাক নিসেধ কৰিবৰ আগ্যা পাবৰ নিমিত্তে দেসাধিকাৰ লৰ্ড সাহাবলৈ মানুহ পঠাই নিবেদন কৰিছে।

দুঙ্গৰচিঙ্গ নামে জি ডকাইতে নচিৰাবাদৰ পৰা গোদাম ভাঙ্গি ৰূপৰ চন্দুক নিচিলে, তাক দেসৰ অধিকাৰে বিচৰাই বিচৰাই তাৰ ভায়েক আৰু লগৰ গোটা চাৰেক মানুহ ধৰিলে, কিন্তু তাক এতিয়ালৈকে ধৰিব পৰা নাই। বম্বাইৰ পৰা উজ্জাইন নগৰলৈ কোনো কৈয়াৰ ১৫,০০০ ৰূপৰ ৰস্তু বাটত নিঁওতে সেই ডকাইতে লুটি নিলে।

কুইন নামে এখান জাহাজ কলিকতাৰ পৰা জাঁওতে ২৮ আগষ্টত এটা বালি চটত লাগি ভাগি তল গল।

কলিকতা নগৰত ১ আগষ্ট দেও বাৰৰ দিনত এটা জাহাজৰ বনুআই ফটিকাৰ চিঁচা এটা কিনি বাটত জাঁওতে গোৰা চিপাহি দুটাই তাক লগ পাই ফটিকা নিবলৈ ধৰাত কাঁজিয়া লাগি সিইঁতৰ এটাই তাৰ বুকত ভুকু মাৰি চিঁচা ভাঙ্গিলত ভগা এডোখৰ বুকুত সোমাই তাক এধা মৰা কৰিলে। পাচে লোকে আহি তাক হস্পিটাললৈ নিলেগৈ।

২৯ এপ্রিলত ইংলণ্ড দেশৰ কেম্পাল গাঁৱত হিক্মান নামে এজন মানুহে চটা লৰা তিৰোতাই সৈতে ভাত খালতেই আটাইবোৰ নৰিয়া পৰিল। তেতিয়া কাৰন বিচৰাত তাৰ পুৰুনালিএ বাচন খোআ চন্দুকৰ ভিতৰত তুলাপাতৰ মাজত কিবা বগা বস্তু পাই বিহ হোআ নু বুজি পিঠা গুৰি জেন জানি সিজোআ পিঠাৰ মাজত পেলাই দিচিলে, এই কথা ওলাল। পাচে সেই মানুহ আৰু তাৰ পাঁচোটা লৰা মৰিল।

৫ জুন তাৰিখৰ গধূলি ৯ বজাত ইংলণ্ডৰ ওলবৰ্তন গাঁৱত এখান নাগ মাটি নিয়া ভাপ ৰথ ৰেলত জাঁওতে পিচ ফালে মানুহক নিয়া আন ৰথবোৰ বেগাই আহি খুন্দা খাই লাগি, মাজৰ ৰথ খান চেপা খাই ৭ মানুহ সোপা সোপ হৈ মৰিল।

ফ্রাঞ্চ দেশৰ কুচন গাঁৱত দুখান ভাপ ৰথে মুখামুখি হৈ গিৰিম কৰি খুন্দা খোআত দুটা মানুহ মৰিল, এটা এধা মৰা হৈ জিয়াই থাকিল।

সেই দেশৰ বৰ্চেল নগৰত এটা মানুহ আপোন দাতি হবৰ নিমিত্তে ভাপ ৰথ আহিবৰ দেখি ৰেল ডাঙ্গৰ ওপৰত ডিঙ্গি পাতি পৰি আচিল তাতে ৰথৰ চক্ৰে একে বেলিএ ডিঙ্গি কাটি এফালে গাতো থাকিল, এফালে মুৰুটো পৰিল।

ইংবাজি দেশৰ বেত্‌লেহেম গাঁৱৰ পগলা মানুহৰ হস্পিটালত থকা ৪৫ বচৰ বয়সিয়া এজনি তিৰোতা মানুহ আন কেতবোৰে সৈতে কাপৰ সুই আচিল। এনে কালত তাই পলাই গৈ ঘৰৰ ভিতৰত তামৰ জি বৰ ডঁকাত পানি তপতাইচিল তাৰ ওচৰত থিয় হৈ থাকোঁতে সেইবিলাকে তাইক বিচাৰি পালেহি। তাই সিইঁতক দেখি জাঁপ মাৰি তপত পানিৰ পুৰ হোআ ডঁকাত পৰিল; পাচে সিইঁতে টানি আনিলে ধৰোতে, তাই সেপাটো হৈ পানিৰ তল হৈ সিইঁতে টনাত নাহিল। পাচে আন মানুহক মাতিলত বৰ স্রমেৰে টানি উলিয়ালে, কিন্তু তেতিয়া তাই সিজা হল, কিচু কালৰ পাচে মৰিল।

হিন্দুস্থানৰ পৰা ইংলণ্ডলৈ উভতি জোআ এক বলিয়া গোৰা চিপাহিএ ১৩ জুন তাৰিখত নোচলি গাঁৱত থকা এজনি বুৰিৰ ঘৰত সোমাই তাইক মাৰিবলৈ ধৰিলে। তাইৰ লগত থকা এজনি চোআলি ইয়াকে দেখি উপকাৰৰ নিমিত্তে ৰৰকৈ এটাহ পাৰি মানুহক মাতিলে; তাতে সেই বলিয়াই বুৰিক এৰি বৰ খঙেৰে চোআলি জনিক জাঁপ মাৰি ধৰি তাইৰ মুৰৰ চালে সৈতে চুলি আঁজুৰি চিঙ্গি হাতত বলেৰে ৰখাত সেই চুলি মানুহ ৮ জনেহে একআৰ পাৰিচিল। পাচ দিনা চোআলিটি মৰিল।

৯ মেই তাৰিখত মিৰকল নামে এখন জাহাজে ৪০০ জাত্রিক লৈ আমেৰিকাৰ কুইবেক নগৰলৈ জাঁওতে মাগদলিন মাজুলিত লাগি, তাৰ মঙ্গলৰোৰ ভাগি পৰি গল। পাচে তিনি খন নাও বেগাই সাগৰত পেলাই দি তাত সোমালত দুখন নাও বলেৰে সিলত খুন্দা খাই ভাগি তল গল। তাৰ ভিতৰৰ ৭০ মানুহ সকলো মৰিল।

কাৰিক নামে জাহাজ এখনত আয়ৰলণ্ডৰ ২০০ জাত্রি লোক সোমাই আমেৰিকা দেশৰ কুইবেক নগৰলৈ জাঁওতে ২০ মেই তাৰিখত বতাহে নিয়াত বামত লাগি ভাগিল। সেই ২০০ দুসৰ মাজৰ ২২ জন মানুহ মাখোন কাঠ পাটত ধৰি ৰখা পৰিল।

ইমজেন নামে আন এখান জাহাজো সেই বৰ বতাহৰ কালত ১৭৫ জন মানুহে সৈতে বামত খুন্দা খাই ভাগিল; কিন্তু সকলো মানুহ সাৰিল। আৰু এক জেনোবিয়া নামে জাহাজো নষ্ট হল; তাৰ ৩০০ মানুহ বাম পাই ৰখা পৰিল।

লিবৰপুল নগৰৰ পৰা ৩৫০ মানুহে সৈতে লুস্কু নামে এখন জাহাজ কুইবেকলৈ জাঁওতে ৪৯ দিনৰ মুৰত মিৰামিচি নামে আমেৰিকাৰ এখান ঠাই পাই বনুআ সকল জৰ হৈ কাম কৰিব নোআৰাত জাহাজ তাতে ৰল। বাটত জাঁওতে ১১৭ মানুহ জৰে ধৰি মৰিল।

ইংৰাজি দেশৰ পৰা ১০ বচৰৰ ভিতৰত ১,০০,০০০ মানুহ অষ্ট্ৰেলিয়া দেশত নিবাস কৰিবলে গল; আমেৰিকাৰ ঠায়ে ঠায়ে নিবাস কৰিবলৈ ৮,০০,০০০ আঠ লাখ মান গল।

চৌখেম্‌তন নগৰত থকা মানুহ এজনিত কোনো লোকে বাত্ৰা দি কলে, জি টুইদ জাহাজত তোমাৰ পৈএৰ কাম কৰি গৈচে, সেই জাহাজ ভাগিল, আৰু তাৰ আটাই মানুহ মৰিল; ইয়াকে সুনি সেই তিৰোতা একে বেলিএই পৰি মৰিল। কিন্তু সেই বাত্ৰা মিচা; তিৰোতা মৰাৰ অলপৰ পাচে পৈএক আহিল; তাতে অতি অসন্তোসেৰে এই কথা সুনি মাক নাই কিয়াকৈ আপোনাৰ ৬ টা লৰাক দেখা পালে। ।

---

জিলা নগাঁৱৰ পৰা এক পত্ৰত লিখিচে, মিকিৰ পাৰে চোট কন্দলি মৌজাত বৰ বাপা নামে এজন বৰুআই পাঁচ পুৰা মান মাটি এভোখৰত এক হাট নিৰূপন কৰাইচে। তাতে ধান, চাউল, মাহ, গুৰ, গাখিৰ আৰু সুকান মাচ, মঙ্গহ, সাক পাচলি অনেক উপহাৰ বস্তু আৰু কানি ফটিকাকে আদি কৰি এই সকলো বস্তু হাটত গোট খাই। সাত দিনৰ ভিতৰুত সোমবাৰে আৰু সুকুৰবাৰে এই দুই বাৰৰ ভিতৰত সেই হাট বাতি পুআৰে পৰা তিনি পৰ বেলিলৈকে হৈ থাকে, আৰু সেই বৰুআই কৈচে বাহ্মন লোকে খেত্ৰি আদি কৰি চৌত্ৰিস জাতৰ মানুহ ডেৰ হেজাৰ মান গোট খাই সেই বস্তুবোৰ বেচা কিনা কৰে। বেপাৰ কৰিবলৈ ঠায়ে ঠায়ে এনে ৰূপে হাট পাতিলে ভাল, কিন্তু কানি ফটিকা এই সকল মতলিয়া বস্তু, খোআ বা বেচা কিনা কৰা ভাল ন হই। §



## মানুহ এজনক কাঁচি দিয়াৰ কথা।

**Execution of a Prisoner at Sibsagor.**

গৰ গাঁৱৰ অলপ উজনি সাকিন বাওনাত থকা, মনটান নামেৰে আহোম কুলিয়া ডেকা মানুহ এজনে, তাৰ দুৰ্দসাৰ নিমিত্তে আপোন ককায়েকৰ তিন জন লৰাক অস্ত্ৰ দোআৰাই বধ কৰি হাবিলৈ লৰ মাৰি পলাই গৈ অগৰ লাগিল হেন জানি আপোন ঘাতি হৈ মৰোঁ বুলি সি আপুনিএ আপোনাৰ গা কাটিলে; এনে সময়ত গাঁৱলিয়াবোৰে ধৰি বান্ধি আনি হজুৰত হাজিৰ কৰি সোধাই দিলে। পাচে শ্ৰীযুত বিচাৰ পতিএ সোধ পোচ কৰি তাৰ গাত অপৰাধ হেন জানি, সদৰলৈ লিখি পঠোআত তাৰ পৰা ফাঁহিৰ হুকুম পাই, বৰ্ত্তমান মাহৰ ২০ তাৰিখে দুই বজা সময়ত এই জিলাৰ থানাৰ ওচৰতে হুকুম অনুসাৰে সেই অপৰাধি জনক ফাঁহি দিলে।

তাৰ সেই দুৰ্ঘটনা দেখিবলৈ অহা মানুহ আন্দাজ ২।৩ হেজাৰ মান হৈচিল, আৰু তাৰ মাহি মাক, ককায়েক, আৰু তিৰোতাও আহি তাৰ দুখ আৰু মিত্যু দেখি অনেক সোক কৰি কান্দি কাটি অসন্তোসেৰে ঘৰলৈ গুচি গল। দুই ঘণ্টা মানৰমূৰত ফাঁহি ডোল কাটি, কইদিহঁতে মৰা সটো গাঁত খানি পুতি থলে গৈ।

হে প্ৰিয় মানুহবিলাক দেখা, তোমোলাকৰ আগতে সেই ডেকা মানুহ জনৰ প্ৰান কেনে অৱস্থাৰে হেৰাল তাৰ কাৰন সকলোএ বুজিচা, সি অতি ক্ৰোধ কৰি তিন জন লৰাক বধ কৰিলে দেখি তাৰ আপোন প্ৰান হেৰুআলে, আৰু তাৰ মিত্যুৰ দুখ দেখি, ইৰৰে জোগ কৰা জি মৰমৰ তিৰোতা, আৰু আপোনাৰ পৰিয়ালবোৰেও কিমান খেদেৰে ক্ৰন্দন কৰি অসন্তোস পালে, তাক তোমোলাকে আপোন আপোন মনেৰে জানিব পাৰা, হাই হাই সি জদি ইমান ক্ৰোধ ন কৰা হলে কি জানি ন মৰিলহেঁতেন। আৰু এই সংসাৰত থাকি সুখ আলাপ কৰিবলৈ তাৰ কিমান ইচাআচিল সি তাক আপুনিএ জানিচিল, আৰু তোমোলাকৰ মাজতো জানিব পাৰা, কিয়নো সকলো মানুহে এই প্ৰিথিবিত জিয়াই থাকিবলৈহে ইচা, মৰিবলৈ কাৰো ইচা নাই। এই কাৰনে

তোমোলাকৰ আগত মই মিনতি কৰি কওঁ, ইশ্বৰে নে মাৰে মাৰে তোমোলাকে জেন কাৰে, হাতত এই ৰূপ বিপদেৰে ন মৰা, এই নিমিত্তে ইশ্বৰৰ আগত প্ৰাৰ্থনা কৰি থাকিবাইক। আৰু তোমোলাকৰ মাজত জি জি অজোগ্য কৰম তাকে নিচইকৈ এৰি পেলোআ অৰ্থাত খঙ, খিয়াল, হিংসা, নিন্দা, গৰ্ব আৰু অহঙ্কাৰ, এই সকলো কুচিত্ত বেৱহাৰ এৰি সকলোএ চেনেহা চেনেহি ৰূপে কাল জাপন কৰা তেহে তোমোলাকৰ কৈল্যান হব। আৰু তোমোলাকে জিয়াই থাকা মানে ৰজাৰ আগ্যা মানি অধিকাৰবিলাকৰ আগত একো দণ্ডৰ জোগ্য কৰম ন কৰিবা, অৰ্থাত বধ ন কৰিবা, খিয়ালকৈ ডকা নি দিবা, লোকৰ ধন বস্তু দেখি চোৰ ন কৰিবা, ই জনে সি জনৰ অহিতে হিংসা কৰি নাইবা অলপ ধন পাবৰ নিমিত্তে মিচা কথাৰে সাখি ন কৰা, অনিয়াইকৈ লোকক নে ভাঁৰিবা, এই ৰূপে সকলো বিৰোধ আৰু বিন লগা কৰম জি আচে তাক তোমোলাকে নিচএ এৰা; জদি নেৰি তেনে ৰূপে কৰা তেন্তে প্ৰান হানি পাবা, নতুবা অপৰাধ জোগ্য অনুসাৰে তাৰ অন্য চাজা পাবা, পাচে তোমোলাকৰ দুখ দেখি লৰা তিৰোতা, আপোন পৰিয়াল ওচৰ চুবুৰিয়াবিলাকে সেই ৰূপ সোক পাব, তুমিও অনেক লাজেৰে অপমান পাবা। কিন্তু হে প্ৰিয় বন্ধু সকল, তোমোলাকে এই প্ৰিথিবিতে জি দোসৰ জি দণ্ড অধিকাৰবিলাকৰ দোআৰাই পাবা, তাতে তোমোলাকৰ অপৰাধ খেমা হব এনে ন হই, তাতোকৈ কিমান দুখেৰে পৰম ইশ্বৰে সাস্তি দিব তাক এতিয়া নে জানা, কিন্তু পাচে জানিবা। সাস্ত্ৰে বুলিচে সেই সাস্তি কেতিয়াও নু গুচিব, অনন্ত কাললৈকে ইশ্বৰৰ ক্ৰোধত পৰি থাকিব; তেন্তে তোমোলাকে গুনিবা, সেই মানুহ জন ফাঁহিত থাকোঁতে তাৰ কিমান দুখ দেখিলা ইমান দুখ হলেও তথাপি পাঁচ খন্তেক মাথোন, তাতকৈ অধিক ন হই, তাৰ পাচত সি একো দুখ নেপাই, জেনেকৈ খৰি এতোথৰত ভোল লগাই টোপনি আৰি থলে, দুখ নে সুখ সি একো নে জানে, তেনেকৈ সিও নে জানে তেন্তে তাৰ সাস্তি নিচই অলপ কিন্তু পৰম ইশ্বৰৰ জি ভয়ঙ্কৰ সাস্তি সেই সাস্তিত এবেলি পৰিলে সি কেতিয়াও সাৰিব নোআৰে, সদাই অজৰ অমৰ হৈ নৰক ভুঞ্জি থাকে। এই নিমিত্তে সকলো লোকে অধৰম এৰি স্বৰূপ ধৰমত প্ৰবৰ্ত্তি উধাৰ কৰোঁতা জনত আস্ৰই লৈ থাকা, জেতিয়া সংসাৰিক সৰিল মৰি পৰলোক পাবা তেতিয়া জেন নৰকত ন পৰা ইয়াকে মনে বাঞ্চা কৰা।

পুনৰাই কৈচোঁ হে লোক সকল, তোমোলাকে কুকৰম এৰিলে বৰ লাভ হব, কিয়নো তোমোলাকৰ সন্তানবিলাকে সত্ত কৰম সিকিব, তেতিয়া সিইঁতৰো লাভ হব, জদি নেই নিন্দাৰ কৰম নেৰা তেন্তে লৰাবিলাকে পিত্ৰি মাত্ৰিৰ পৰা সেই বেয়া কৰম সিকিলে তোমোলাকৰ ওপৰত ইশ্বৰৰ সাপহে হব, আৰু আপোনাৰ সন্তানৰ উপকাৰি ন হৈ অপকাৰিহে হবা। এই নিমিত্তে তোমোলাকৰ লৰাবিলাককো সত্ত কৰম সিকোআ, আৰু স্কুলবিলাকত বিদ্যা সিকিবলৈ এৰি দিয়া, লাহে লাহে বিদ্যা সিকি গিয়ান বাৰ্হি সকলো কুকৰম তেহে এৰিব; আৰু কি জানি স্বৰগৰ বাট চিনি সেসত ইশ্বৰৰ অনুগ্ৰহৰো ভাগি হবগৈ, এই নিমিত্তে আপোনাৰ লৰাবিলাকলৈ জদি মৰম আচে তেন্তে সিইঁতক সত্ত কৰম ভালকৈ সিকোআ, ভাঙৰ হলে তেহে তোমোলাকৰ অনুগ্ৰহ সদাই সুঁৱৰিব। ব্দ.






## কলিকতাৰ পৰা গুৱাহাটিলৈ ভাপৰ নাও অহা জোৱাৰ কথা।

Steam Communication between Calcutta and Gowahati, Assam.

ঢাকাই দি গুৱাহাটিলৈ তিনি বছৰলৈকে মাহে মাহে ষ্টিম্ বোট, অৰ্থাত ভাপৰ নাও পঠাবলৈ গৱৰ্ণমেণ্টে আগ্যা দি থিৰ কৰিলে। আগষ্ট মাহৰ ১৩ তাৰিখত জমনা নামে এখন ষ্টিম্ বোট কলিকতা এৰি ২৯ তাৰিখত মোকাম গুৱাহাটি পালেহি; তাতে তিনি দিন মান থকাত, সেই জিলাৰ সাহাব, মেম সাহাব, আৰু অসমিয়া অনেক ভদ্ৰ লোক, মুঠে তিনি স মান মানুহ ষ্টিম্ বোটত উঠি, অলপমান উজাই গৈছিল, তাৰ পাচে ভাটিলৈকো কিছু দুৰ গৈ আকও গুৱাহাটিলৈ উভতি আহিল।

ষ্টিম জাহাজ আৰু ষ্টিম্ নাৱৰ এনে গুন আছে, মানুহৰ হাতে বঠা, চৰি ধৰি বাব নে লাগে, আৰু আন নাৱৰ নিচিনাকৈ গুন নে টানি বা পাল ন তৰিলেও জাহাজ বা নাও কলৰ দোআৰাই জাই। তাৰ ভিতৰত জন্ত্ৰ আছে, তাতে পানি উতলাই, আৰু সেই উতলা পানিৰ ষ্টিম্, অৰ্থাত ভাপে কলত লাগি আৰু দুই কোখৰত থকা বৰ ঘিলা অতি বেগেৰে ঘুৰি তাতে বঠাবোৰৰ নিচিনাকৈ পানিত চৰিয়াই জাহাজ চলাই থাকে; কিন্তু বঙ্গালি বা আন নাওবোৰক হলে কেতিয়াও সেই ৰুপ বেগে চলাব নোৱাৰে। আৰু জেতিয়া অসম দেসলৈ আহিব লাগে তেতিয়া কেৱল গুৱাহাটিলৈ পাঁওতেই বাটত এমাহ তেৰ মাহৰ কম ন হই, আৰু কেতিয়াবা তাতকৈও অধিক দিন লাগে। চাপাখানাৰ আখৰ অনা নাও এখন কলিকতা মাৰ্চ মাহত এৰি, চাৰি মাহ মানৰ মুৰতহে গুৱাহাটি পালেহি, আৰু গুৱাহাটিৰ পৰা বৰ্ত্তমান মাহৰ ৩০ তাৰিখলৈকে সিৱসাগৰ পোৱাই নাই। এতিয়া কলিকতাৰ পৰা বেপাৰি লোকে অহা জোৱা কৰি বা কেৱল বস্তু অনা নিয়া কৰি, অসম দেসত বেহা কৰিবলৈ বৰ ভাল হৈছে, আৰু অতি বেগে পাৰহি; আৰু জি জি মানুহ কলিকতালৈ জাব খোজে সি এমাহতে ঘুৰি আকও গুৱাহাটিলৈ আহিব পাৰে।

ষ্টিম্ বোট প্ৰতি মাহে ১৩ তাৰিখত কলিকতা এৰিবলৈ নিবন্ধ কৰিলে, জেতিয়া তেৰে তাৰিখত দেওবাৰ পৰিব, তেতিয়া বাৰে তাৰিখতেই পঠাব। আগষ্ট মাহ তলেই নাও আহোঁতে

১৩ তাৰিখত কলিকতা এৰিলে।
১৮ " বৰিচাল পালে।
১৯ " ঢাকা পালে।
২২ " চিৰাজগঞ্জ পালে।
২৪ " দেওানগঞ্জ পালে।

২৫ " বাগুআ পালে।
২৬ " পগলাটেক তিনি মাইলৰ ভাটিত পালে।
২৭ " গুআলপাৰা পালে।
২৯ " গুআহাটি দুপৰত পালে।

কিন্তু পাচলৈ ২৫ তাৰিখত গুআহাটি পাবলৈ আসা কৰিচে; তেন্তে কলিকতাৰ পৰা গুআহাটি-লৈ উজাবলৈ ১৩ দিন, আৰু উভতি জাবলৈ ৯ দিন মান হব।

কলিকতাৰ পৰা গুআহাটিলৈ প্ৰাই ৬০০ মাইল অৰ্থাত ৩০০ ক্ৰোস, আৰু কলিকতাৰ পৰা আন আন ঠাইবোৰৰো দুৰ তলত লিখা গৈচে।

| | | | | |
|---|---|---|---|---|
| বৰিচাল | ২০০ মাইল, | অৰ্থাত | ১০০ | ক্ৰোস |
| ঢাকা | ৩০০ " | " | ১৫০ | " |
| চিৰাজগঞ্জ | ৪০০ " | " | ২০০ | " |
| দেওানগঞ্জ | ৪৫০ " | " | ২২৫ | " |
| বাগুআ | ৫০০ " | " | ২৫০ | " |
| গুআলপাৰা | ৫৫০ " | " | ২৭৫ | " |
| গুআহাটি | ৬০০ " | " | ৩০০ | " |

জি কোনো সাহাব বা ভদ্ৰ লোকে সেই ভাপ নাৱত আহিব বা জাব খোজে, আপোনালৈ এক খোঁটালি পাই ১০০ মাইল, অৰ্থাত ৫০ ক্ৰোসত ২৫ টকা কেৰেয়া দিব লাগে আৰু ষ্টিম্ বোটৰ কাপ্তান সাহাবক খাবলৈ খোৰাকি দিনে পতি ৪ চাৰি টকাতকৈ অধিক দিব লাগে, সেই দৰে কলিকতাৰ পৰা গুআহাটিলৈকে কাপ্তানক দিয়া খোৰাকিৰ বাহিৰে ১৫০ ডেৰ স টকা অকল কেৰেয়া হব। খোটালি পতি এক চাকৰ গৰাকিএ সৈতে কেৰেয়া নি দিয়াকৈ জাব পাৰে, কিন্তু ২ মানুহ এক খোঁটালিত জদি জাই আৰু আন চাকৰ লই, তেন্তে সেই দুতিয় চাকৰৰ নিমিত্তে ৯ টকা কেৰেয়া আকওঁ দিব। আন চাকৰ বা আন মানুহ জদি জাহাজৰ বাহিৰে উঠি জাই, তেন্তে মাইলে পতি আদ অনা লব, সেই দৰে কলিকতাৰ পৰা গুআহাটিলৈকে ১৮৸ অঠৰ টকা বাৰে অনা কেৰেয়া লাগিব আৰু সি আপোনোৰ খাব; কিন্তু মচলমান মানুহে হলে দিনে পতি নাৱৰিয়াক ৵ দুই অনা দি সিইঁতৰ লগতে খাব পাৰে।

- জি বস্তু আনিব লাগে জদি কিউবিক ফুট বা ঘন ফুট ৩৫ পৌণ্ড অৰ্থাত সাৰে ১৭॥ সোতেৰ সেৰতকৈ অধিক ওজন হই, তাৰ ওজনৰ হিচাপ চাই কেৰেয়া লব।

| | ফুট হিচাপ। | সেৰ হিচাপ। |
|---|---|---|
| বৰিসাল আৰু ঢাকা। | ॥০ অনা | ৬ পাই |
| চিৰাজগঞ্জ, দেওানগঞ্জ, আৰু বাগুআ | ৸০ " | ৯ " |
| গুআলপাৰা আৰু গুআহাটি | ১৲ | ১২ " |

ভটিয়াই জাঁওতে, ঢাকাৰ উজনি জি ঠাইৰ পৰা বস্তু কলিকতালৈ নিএ, জি বস্তু সাৰে ১৭॥ সোতেৰ সেৰ কিউবিক ফুটতকৈ ওজন কম হই, তেন্তে ফুটে ফুটে।০ চাৰি অনা লব, ঢাকাৰ ভাটিৰ পৰা জি নিএ।৵ পাঁচ অনা মোন নাইবা ৵৬ আৰ্হৈ অনা ফুট।

ঘোঁৰা, বলদ আৰু গাই গৰু কলিকতাৰ পৰা গুআহাটিলৈ আনিব লাগিলে, ৰখিয়া আৰু সিইঁতৰ ঘাঁহ দানাৰ খোৰাকি এৰি ৪৮ টকা কেৰেয়া, চাগলিৰ হলে ৮ টকা।

জি টোপোলা বা পেৰা অতি সৰু হলেও তেৰ কপতকৈ কম নি নিএ।

আমি জানিচোঁ জদি কৈঁয়া আৰু বেপাৰি লোক সকলে কলিকতা, ঢাকা, চিৰাজগঞ্জ আদি ঠাইবোৰৰ পৰা ষ্টিম্ বোটৰ দোআৰাই সিইঁতে বস্তু আনিলে ভাল, কিয়নো বঙ্গালি নাৱেৰে পলম। আৰু অনেক নাওবোৰ ভাগি তল জাই আৰু বস্তু নষ্ট হৈ হানি হই; কিন্তু ষ্টিম্ বোটৰ দোআৰাই অতি বেগ দেখি বস্তু সৰহ দিনৰ কাৰনে থাই আৰু বেযা হৈ নে জাব, আৰু নাও বুৰাৰ কাৰনে লোকচান হবলৈ অতি ভই নাই। §

---

## ত্ৰান কৰ্ত্তাৰ আগমন।

Account of our Savior.

আমাৰ আচিয়া দেসৰ বিত্তান্তৰ মাজত প্ৰভু য়িচু খ্ৰিষ্টৰ আগমন অতিসই আচৰিত। এই ঘটনা ১৮৪৭ বচৰৰ পুৰ্বে হৈচিল, তেঁওৰ জনম

কিনান দেসত আছিল, জি তুমি আচিয়া দেসৰ নক্চাত আমাৰ এই আসাম দেসৰ পৰা নিচই উত্তৰ পচিম কোনে দেখিব পাৰা।

তেঁওৰ বিবৰন বহলকৈ লিখিবলৈ মোৰ প্ৰয়োজন নাই, তোমোলাকে ধৰম পুস্তকৰ অন্ত ভাগৰ মাজত পাবা। তেঁও আহিবৰ পুৰ্বে ধৰম গিয়ান প্ৰাই জগতৰ সকলো ভাগত লুপ্ত হল। মানুহবিলাকৰ এনে অগিয়ান আছিলে, জে সিইঁতে অহংকাৰ, প্ৰতি হিংসা, নিৰ্দয়া, আৰু অন্য অনেক মন্দ কৰম ভাল বুলি জানিলে; কিন্তু নিৰহংকাৰ, দয়ালু, নম্ৰতা, লোকৰ দোস খেমা কৰোঁতা, এইবিলাক সিইঁতে নু বুজিলেও নাচবিলেও।

এই জি অন্ধকাৰ মানুহৰ মনত গোটোআ হৈছিলে তাকে গুচাবলৈ তেঁও আহিল। তেঁও সিইঁতৰ ধৰমৰ ভুল দেখাই দিলে, আৰু সিইঁতৰ আগত সত্যক আৰু ধৰমক অতি সুন্দৰ ৰূপে দেখোআলে। তেঁও সিইঁতৰ আগত ইশ্বৰৰ ইচা প্ৰকাস কৰিলে। পাপলৈ তেঁওৰ অতিসই ঘিন সদাই থাকে, সত্য আৰু উত্তমলৈ তেঁওৰ সদাই সন্তোস। আৰু তেঁও সিইঁতক বুজাই দিলে জে মন্দৰ নাইবা পাপৰ পাচে সাস্তি, তাৰু ধৰম কৰম কৰাতে জি সুখ থাকে তাকো কলে, আৰু অৱসেসে তেঁও ঠিককৈ প্ৰচাৰ কৰিলে জে ইয়াৰ পাচে এক কাল আহিব জি সদাই থাকিব।

খ্ৰিষ্ট কেৱল কথাৰে ধৰম আৰু পুন্যক প্ৰচাৰ কৰিলে, এনে ন হই; কিন্তু সেই দৰে আচৰিলেও। তেঁওৰ বাহিৰে পবিত্ৰ আৰু একো চেকা নাই কিয়া কোনো নাই। অতি কঠিন ৰূপে বিচাৰ কৰা, তেও তেঁওত কোনো দোস নে পাবা। তেঁও হলে দুখিয়াবিলাকৰ বন্ধু আছিলে, তেঁও ৰুগিয়াবিলাকক সুস্থ কৰিলে। আৰু তেঁও "লৰাবিলাকক মৰম কৰিচিলে," মাথিঅ লিখা সুভ বাত্ৰাৰ ১৯ আধ্যা ১৩ পদত এই কথা লিখিচে। তেঁও লৰাবিলাকৰ ওপৰত হাত দি আসিৰ্বাদ কৰিলে, বিসেসকৈ তেঁও জিয়াই থকা মানে লোকৰ উপকাৰ কৰিলে, কিয়নো তেঁও সেই কৰম কৰিবলৈহে আহিল।

কিন্তু হাই হাই তেঁও তাডনাও পাইচিলে, আৰু নিৰ্দয়া ৰূপে তেঁওক বধ কৰিলে। ক্ৰুসৰ ওপৰত মিত্যু হোআ তাতনাৰ মাজত তেঁওৰ সত্ৰুবিলাকক খেমা কৰিলে। তেঁও স্বৰগলৈ উঠিল। আৰু তেঁওৰ মত আৰু আহিঁ মানুহ জাতিলৈ এৰিলে। এই সকলো প্ৰাই জগতৰ সকলো অংসত বিয়াপি বিয়াপি গল। আৰু জতে তেঁওৰ সিস্যবিলাকে এই সকলো বাক্য প্ৰচাৰ কৰিলে, তালৈ পহৰো নিয়া হল। জি অনেক কাললৈকে এই জগত এন্ধাৰত মগ্ন আচে, এই সুভ বাত্ৰা সুৰ্জৰ সদ্রিস উদই হোআতে সেই এন্ধাৰ প্ৰাই গুচিসেন পুলিবিলাক বাহিঁচে, ফুলবিলাক সুন্দৰ্ক ৰূপে ফুলিচে আৰু নিৰানন্দ ঠাইতো সান্ত্বনা আৰু আনন্দ জন্মে।

খ্ৰিষ্টৰ পাঁচনিবিলাকৰ দোআৰাই তেঁওৰ মত ইউৰপ আৰু আফ্ৰিকা আৰু আচিয়াৰ মাজত বিয়াপি গল। এই ধৰম প্ৰথমে বাধা কৰা আছিল আৰু খ্ৰিষ্টিয়ানবিলাকেও অনেক তাডনা পাইচিলে, আৰু কেতবিলাক পাঁচনি আৰু সিইঁতৰ মতাৱলম্বি হেজাৰ হেজাৰ আপোনাৰ ধৰমৰ কাৰনে লোকে মাৰিলে।

কনস্তানতিন নামেৰে এটা ৰুমিয়াৰ মহা ৰজা আছিল, সেসতে তেঁও খ্ৰিষ্টিয়ান ধৰম ললে। তাঁৰ পাচে এই ধৰম সিধে বিয়াপি গল। আৰু উপজুক্ত সময়ত এই ধৰম ইউৰপৰ মাজত আৰু আচিয়াৰ আৰু আফ্ৰিকাৰ বেলেগ বেলেগ অংসত প্ৰধান হল।

আৰু এক দুখৰ কাৰন হই জে এই সত্য ধৰমৰ পৰা মানুহে অন্য এটা ভুল মত উলিয়ালে, তাকে ৰোমান কাথলিক মত বোলে। এয়ে ইশ্বৰৰ বিৰোধে হই এই মতৰ অধিকাৰ হবলৈ এজনক পাতিলে। তাকে পাপা বোলে। (পাপাৰ অৰ্থ 'পিতা) জি জন ইতালি দেসৰ ৰোম নগৰত থাকে। আৰু কোনো কোনো মানুহে ভাবে, সেই পাপাই কেতিয়াও কোনো ভুল নাইবা মন্দ ভাবিব নোআৰে। কিন্তু এনে কৰিবলৈ মাথিঅ লিখা ২৩ আধ্যা ৯ পদত ইশ্বৰে বাধা কৰিচে।

জেতিয়া এটা পাপা মৰে অনা এটাক পাতে। অনেক বচৰৰ মুৰত অনেক পাপা হৈছিল, সিইঁ-

তৰ কেত্তবিলাক বেয়া মানুহ আচিল। সিইতে সংসাৰিক অধিকাৰলৈ অতিসই চেষ্টা কৰিব ধৰিলে। আৰু লাহে লাহে সিইতে প্ৰধান ৰজা-বিলাকত্তকৈও গকাল চহকি সক্তিমন্ত হল। তথাপি এই সক্তি আৰু ধন বস্তু এতিয়া ইউৰপ আৰু আচিয়াৰ মাজৰ এটা সক ৰজাত্তকৈ সি সক্তিতে আৰু ধন বস্তুতে প্ৰধান ন হই। জে. ট.

---

## পৰ দ্ৰুব্য গ্ৰহন ন কৰা আৰু অনুগ্ৰহ জনা।

**Generosity and Gratitude.**

মিলান নগৰৰ এক ঘৰত্ত এটা দুখিৰ আচিল, সি দুস টকাই সৈত্তে ভৰি থকা এটা মোনা হেৰা পাই, সমাচাৰ লিখা পত্ৰৰ দোআৰাই প্ৰকাস কৰিলে। পাচে জাৰ এই মোনা হেৰাইচিল, সি বত্তৰা পাই সেই ঘৰলৈ আহিল; আৰু এই মোনা জে তাৰ হই ইয়াকে অনেক প্ৰমানৰ দোআৰাই থিৰ কৰাত্ত, দুখিৰিএ সেই ৰূপৰ মোনাটো তাকে সমৰ্পন কৰিলে। সেই ধনৰ আগৰ গৰাকিটে অতিসই আনন্দ হৈ প্ৰতিগ্যা কৰি সেই দুখিৰিক কুৰি টকা ৰূপ দিম বুলি তাৰ মন সন্তোস কৰি ৰূপ দিবলৈ ধৰিলে, কিন্তু দুখিৰিএ তাক গ্ৰহন ন কৰিলে; পাচে দহ টকা দিবলৈ ধৰিলে, তাকো ন ললে, পাচে আৰুও পাঁচ টকা দিবলৈ ধৰিলে, তথাপি গ্ৰহন ন কৰিলে, সেই নিমিত্তে সেই জনে মোনা মাটিত্ত পেলাই খঙ মনেৰে বুলিলে, জদি তুমি মোক উপকাৰ কৰিবলৈ মন কৰা ত্তেন্তে এই দৰে সমস্ত হোআ, ত্তেনে হলে মোৰ কিচু হেৰোআ নাই, তেতিয়া দুখিৰিএ পাঁচ টকা লবলৈ সম্মতি হল, আৰু তাক বেগত্তেই লৈ দৰিদ্ৰ লোকক দান কৰিলে।



Almanac for October, 1847.

## অক্টোবৰ মাহৰ পঞ্জিকা।

### খ্ৰিং অং ১৮৪৭। হিন্দু সংক ১৭৬৯।

| | অক্টোবৰ | আহিন | সুৰ্য্যোদয় | সুৰ্য্যাস্ত | চন্দ্ৰং | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| সুকুৰ | ১ | ১৬ | ৫।৫৬ | ৫।৪৩ | ২২ | ১১।৫২ |
| সনি | ২ | ১৭ | ৫।৫৬ | ৫।৪২ | ২৩ | |
| দেও | ৩ | ১৮ | ৫।৫৭ | ৫।৪১ | ২৪ | ০।৪৫ |
| সোম | ৪ | ১৯ | ৫।৫৭ | ৫।৪০ | ২৫ | ১।৩৭ |
| মঙ্গল | ৫ | ২০ | ৫।৫৮ | ৫।৩৯ | ২৬ | ২।২৮ |
| বুধ | ৬ | ২১ | ৫।৫৯ | ৫।৩৮ | ২৭ | ৩।১৬ |
| ব্ৰিহস্পতি | ৭ | ২২ | ৫।৫৯ | ৫।৩৭ | ২৮ | ৪।৬ |
| সুকুৰ | ৮ | ২৩ | ৬।০ | ৫।৩৬ | ২৯ | ৪।৫৪ |
| সনি | ৯ | ২৪ | ৬।০ | ৫।৩৫ | ০ | চন্দ্ৰাস্ত |
| দেও | ১০ | ২৫ | ৬।১ | ৫।৩৪ | ১ | ৬।৩ |
| সোম | ১১ | ২৬ | ৬।১ | ৫।৩৩ | ২ | ৬।৪১ |
| মঙ্গল | ১২ | ২৭ | ৬।২ | ৫।৩২ | ৩ | ৭।২৩ |
| বুধ | ১৩ | ২৮ | ৬।২ | ৫।৩১ | ৪ | ৮।৭ |
| ব্ৰিহস্পতি | ১৪ | ২৯ | ৬।৩ | ৫।৩০ | ৫ | ৮।৫৩ |
| সুকুৰ | ১৫ | ৩০ | ৬।৩ | ৫।২৯ | ৬ | ৯।৪৬ |
| সনি | ১৬ | ৩১ | ৬।৪ | ৫।২৮ | ৭ | ১০।৩৭ |
| | | কাতি | | | | |
| দেও | ১৭ | ১ | ৬।৪ | ৫।২৭ | ৮ | ১১।৩২ |
| সোম | ১৮ | ২ | ৬।৫ | ৫।২৬ | ৯ | |
| মঙ্গল | ১৯ | ৩ | ৬।৫ | ৫।২৫ | ১০ | ০।৩১ |
| বুধ | ২০ | ৪ | ৬।৬ | ৫।২৪ | ১১ | ১।৩১ |
| ব্ৰিহস্পতি | ২১ | ৫ | ৬।৬ | ৫।২৩ | ১২ | ২।৩২ |
| সুকুৰ | ২২ | ৬ | ৬।৭ | ৫।২২ | ১৩ | ৩।৩৪ |
| সনি | ২৩ | ৭ | ৬।৮ | ৫।২১ | ১৪ | চন্দ্ৰোদই |
| দেও | ২৪ | ৮ | ৬।৮ | ৫।২১ | ১৫ | ৬।৬ |
| সোম | ২৫ | ৯ | ৬।৯ | ৫।২০ | ১৬ | ৬।৫৮ |
| মঙ্গল | ২৬ | ১০ | ৬।৯ | ৫।২০ | ১৭ | ৭।৫৩ |
| বুধ | ২৭ | ১১ | ৬।১০ | ৫।১৯ | ১৮ | ৮।৪৮ |
| ব্ৰিহস্পতি | ২৮ | ১২ | ৬।১০ | ৫।১৮ | ১৯ | ৯।৪৬ |
| সুকুৰ | ২৯ | ১৩ | ৬।১১ | ৫।১৭ | ২০ | ১০।৩৮ |
| সনি | ৩০ | ১৪ | ৬।১২ | ৫।১৬ | ২১ | ১১।৩১ |
| দেও | ৩১ | ১৫ | ৬।১৩ | ৫।১৫ | ২২ | |

অক্টোবৰৰ ৯ তাৰিখত আৰু ১৪ তাৰিখৰ পৰা ২৩ তাৰিখলৈকে কাচাৰি বন্ধ।

৯ দিনৰ ৰাতি বেলা ৩।১৩ বজাত্ত আমাবাস্যা।

২৪ দিনৰ পুআ ৬ বজাত পুৰ্নিমা।

৯ তাৰিখৰ ৰাতি বেলা ০।৩০ আধা ঘন্টা বাজিবৰে পৰা ৬ ঘন্টা বজালৈকে সুৰ্য্যৰ গ্ৰহন হব। গ্ৰহনৰ মাজ ৩। বজাত হই।

*The* ORUNODOI, *Published Monthly by* O. T. CUTTER, *at the Am. Bap. Mission Press, Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

দ্বিতিয় চোঙা। মোং সিৱসাগৰ, অক্টোবৰ ১৮৪৭ খ্রিষ্ট অং-সক। নম্বৰ ১০।

VOL. II. SIBSAGOR, ASAM, OCTOBER, 1847. NO. 10.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

এই সিৱসাগৰ জিলাত ২০ চেপ্তেম্বৰৰ পৰা ১২ অক্টোবৰ তাৰিখলৈকে ১১০ জন মানুহ মাউৰৰ দোআৰাই মৰিল।

আগষ্ট মাহৰ ১৯ তাৰিখে কলিকতা নগৰৰ এজন মচলমানে আপোনাৰ তিৰোতাক ভুকু মাৰিলত একে বেলিএ মৰিল। তাতে ভয়ত সি পলাল, কিন্তু পাচ দিনা বৰ্কন্দাজে তাক ধৰি আনি থানাত দিলে।

চুলো মাজুলিত অনেক ডকাইতৰ নাও গোট খাই এখান ইংৰাজি ডাপ জাহাজক জুধ কৰি ডকা দিবলৈ আলচ কৰি, ওচৰলৈ আহি গুলিয়াবলৈ ধৰাত ডাপ জাহাজৰ টোপেৰে গুলি দি ২২০ ডকাইতক মাৰিলে, আৰু সিইঁতৰ ৬ খন নাও ভাঙ্গি বুৰালে।

মাৰ্চ মাহত কাপ্তান লিবিঞ্জ সাহাবে এখন ডাপ জাহাজেৰে মানুহ কিনা বেচা কৰা ডকাইতৰ এক জাহাজ আফ্রিকাৰ দাঁতিত জুধ কৰি নষ্ট কৰিলে। মাহ চাৰেকৰ আগেএ সেই জাহাজে ১৩০০ মানুহক বন্দিকৈ দখিন আমেৰিকালৈ নিলে। পাচে পৰ্ত্তনবো গাঁৱত কাপ্তান লিবিঞ্জে আন জাহাজ দেখি ডকাইত জাহাজ হই নে ন হই, ঠিক নু বুজি, মই খোআ পানি আনিবৰ নিমিত্তে আমুক নদিলৈ জাঁও, ইয়াকে লোকক বুজাই পাল তৰি গল। তাৰ পাচ দিনা সেই ডকাইত জাহাজত ৩২০ বন্দি ভৰাই লৈ গল। কিন্তু কাপ্তান সাহাবে দুৰৈ হৈ ন গৈ ওচৰতে খাপ দি আছিল ডকাইত জাহাজ সাগৰত ওলালতে তাৰে সৈতে ৰন কৰি ধৰিলে, আৰু জাহাজৰ ভিতৰত থকা বন্দি সকলোকে মেলি দিলে। সিইঁত নিচেই নাঙ্গট হৈ তাকৰ ঠাইত থাকি ভোক পিয়াহেৰে অতি দুখ পাইছিল; পাচে জেতিয়া মুকলি হল তেতিয়া জাহাজৰ ওপৰত নাচি বাগি থাকি বৰ আনন্দ পালে, আৰু মুকলি কৰাবিলাকৰ ভৰিত পৰি চুমা দিলে। সিইঁতৰ মাজত মাইকি মানুহ ২০০ আছিল।

৭ আগষ্টত মিচৰ দেসৰ কাইৰো নগৰত বৰ ভুঁইকঁপ গৈ ঘৰ গোটা চাৰেক পেলালে, আৰু কোনো কোনো মানুহো মৰিল।

লৰ্ড ডালুচি নামে ইংলণ্ডৰ এজন বৰ লোকে এই হিন্দুস্থান দেসৰ অধিকাৰ গৱৰনৰ জেনৰল লৰ্ড সাহাবৰ ৰাৰ পালে। জানোআৰি বা ফেব্রোআৰি মাহত আহি পাবহি বুলি পত্ৰত লিখিচে।

উলালিয়া নামে এখান জাহাজ ৩৭ জাত্রি লোকে সৈতে আট্লাণ্টিক সাগৰ পাৰ হঁওতে মেই মাহৰ ২১ তাৰিখত উত্তৰ হিম সাগৰৰ পৰা উটি অহা বৰ ওখ ভয়ানক পানি সিল এডোখৰ পাই খুন্দা খাই একে বেলিএ জাহাজ মাজতে ভাগি তল গল। লৰা লৰিকৈ জাহাজৰ সৰু নাও তিনি খন পানিত পেলাই মানুহে তাতে উঠিল, কিন্তু সেই নাও এখন জাহাজত বচিৰে সৈতে বন্ধা হৈ থকাত জাহাজ তললৈ গৈ তাকো টানি নিলে, আৰু তাৰ মুনিহ তিৰোতা ২০ মানুহ তল গল। পাচ দিনা এখান জাহাজ আহি সেই দুখন নাও পাই তাৰ মানুহক তুলি ৰখ্যা কৰিলে।

আয়ৰলণ্ডৰ এজনি তিৰোতাই লিবৰপুল নগৰলৈ আহি ৫ সেৰ পিঠা গুৰি চুৰ কৰি নিলে। পাচে ধৰা পৰি বিচাৰ পতিৰ আগলৈ নিয়া হলত

তাইত সেই কথাৰ কাৰন সুধিলে; তাতে তাই কলে, হে দেৱতা, মই এতিয়া নকৈ আহিচোঁ, এই নগৰৰ দস্তুৰ নে জানিহে পিঠা গুৰি নিচোঁ।

আয়ৰলণ্ড দেসত ভালেখনি মানুহ জবে ধৰি মৰিচে। আৰু জিবোবে জাহাজত উঠি আমৰিকালৈ জাই সিবিলাকৰ অনেকো বাটত বা বাটৰ অন্ত হলত মৰে। প্ৰথম জানোআৰিৰ পৰা ১ জুন তাৰিখলৈকে ৬০,০০০ হেজাৰে নুয়ৰ্ক নগৰ পালে; ৭০০ বাটত মৰিল, নগৰ পালতেই ১৩০০ হস্পিটাললৈ নিলে. সিহঁতৰো ১০০ মৰিল। কুইবেক নগৰ ৩০,০০০ ত্ৰিচ হেজাৰে পালে; বাটে বাৰে ৩,০০০ তিনি হেজাৰ মৰিল। গ্ৰোচ মাবুলি নামে এক ঠাইত একে দিনতে ১২৮ জন মানুহ পোতা হল। তলৰ নকচাত আয়ৰলণ্ড দেসৰ মানুহ জন চাৰেকে গাৰিত বস্তু ভৰাই লৰা তিৰোতাই সৈতে আপোন দেস এৰি আমেৰিকা দেসলৈ ওলাই গৈচে।



Irish Emigrants leaving for America.

মাচিদনিয়ান নামে এখান আমেৰিকাৰ জাহাজ ধান পিঠা গুৰি আদি কৰি খোৱা বস্তু ৪৯,০০০ মোন আয়ৰলণ্ডৰ দুখিয়া মানুহক দান কৰিবৰ নিমিত্তে আনি ১৬ জুলাইত কৰ্ক নগৰ পালেহি। সেই জাহাজৰ বমুআ ৬০০ মানুহ; সেই সকলো কটিকা নো খোৱা হৈচে

মাথিও নামে আয়ৰলণ্ড দেসৰ এজন কমিয়া পাদুৰি সাহাবে কটিকাৰ বেয়া গুন সকলো মানুহক দেখুআই কনালত কটিকা নে খাম বুলি, বহু মানুহে তেঁওৰ দোআৰাই অঙ্গিকাৰ কৰিচে। আৰু সেই পাদুৰিএ কৈচে, দুৰ্ভিখ্য আৰু জবৰ দোআৰাই অসংখ্য মানুহ মৰাতো কটিকা নে খোআবিলাক প্ৰায়ে মৰা নাই। সেই পাদুৰিএ দেসত বৰ হিত কৰাৰ কাৰনে মহা ৰানিএ তেঁওক বচৰেকত ৩০০০ তিনি হেজাৰ ৰুপ বঁটা দিবলৈ আগ্যা কৰিচে।

ইংলণ্ড দেসৰ ব্ৰাইতন নগৰত এখান ভাপ, ৰথ পানি আনিবলৈ এটা পুখুৰিলৈ জাবৰ নিমিত্তে তাৰ সাৰথিএ জুই লগাই, পাচে ই সি কৰিবলৈ এখন্তেক নামিলত ৰথ আপুনি পলাই বেগাই জোৰাত ধৰিব নোআৰিলে। পাচে তাকিবলৈ মানুহ নাই কিয়াত ভাপ ৰথৰ গৰাকিৰ এটা ভঁৰালত সেই ৰথ সোমাই ২০০০ মান ৰুপৰ বস্তু ভাঙ্গি নষ্ট কৰিলে। পাচে বিচাৰ পতিএ দোধ পোচ কৰি সেই সাৰথিৰ এস ৰুপ জৰিমনা কৰিলে।

বেলজিয়ম দেসৰ চেবেঙ্গ গাঁৱৰ ওচৰত নাগ মাটিৰ এটা গাঁতৰ ওপৰত সাজি খোআ সকৰত জুই লাগি গাঁতৰ ভিতৰলৈ বিয়াপি গৈ বিসম বায়ুত লাগি পুৰি গিৰিঙ্গ কৰি বৰ সৰদেৰে উঠিল। পাচে জুই মুমাই গলত গাঁতত সোমাই চালত বনুআ মৰা মানুহ ৪১ জন পালে এধা মৰা ৩০ জন, আৰু ৮৩ মানুহ নো পোআ হৈ থাকিল; সিহঁতৰ স বিচাৰি বিচাৰি আচে।

চৰ্কাচিএ সৈতে ৰন কৰা কচিয়া লোকে ১৬ জুনত গেজবিল নামে চৰ্কাচিৰ এখান কোঁঠ লৰলৈ ধৰিলে; কিন্তু পৰাস্ত হৈ সিহঁতৰ হানি ১২৭ জন মৰা, আৰু ৪৯১ খুন হল।

দামিএটা নগৰৰ অধিকাৰ আপোনাৰ ঘৰিত দুটা ঘঁৰিয়াল জাতি কৰি পুহিলে। পাচে এদিনত তেঁওৰ চাকৰ এজনে সেই ঘঁৰিয়াল এটাৰ খঙ্গ তুলিলত চাকৰৰ কোলত থকা অধিকাৰৰ ১২ বচৰিয়া এটা পুতেকক ঘঁৰিয়ালে ধৰি কামুৰি মাৰিলে।

ইংলণ্ডৰ বাৰ্হেদ গাঁৱত এটা বেল ভাঙ্গ পাতি খোআ আয়ৰলণ্ডৰ মানুহ গোটা চাৰেকে কটিকা খাই ৰাতিতে বাটত অহা জোআ কৰোঁতে সেই ঠাইত নিবাসি লোকে সৈতে দন্দ লাগি জুধ কৰি সেই বাটকআ এটা কিহবাবে খোঁচাত মৰিল।





## বলুনৰ, অৰ্থাত বতাহে উৰাই নিয়া পাত্ৰৰ বিবৰন ।

An Account of the Balloon.

প্ৰাই আটাই দেসবোৰৰ মানুহবিলাকে বতাহত উৰি জোআ কথা লিখিলে, তথাপি এই বৰ আচৰিত কৰম কেৱল এই কালতহে থিৰ কৰি প্ৰকাস কৰিলে।

১৭৬৬ সঁকত ইংৰাজি দেসৰ কাবেণ্ডিস্য নামেৰে এজন সাহাবে বুজিলে জে জুই বায়ু আকাসৰ সামান্য বায়ুতকৈ অতি লঘু, আৰু সেই সময়ত ফ্ৰাঞ্চ দেসৰ মঙ্গলফো নামে দুজন ভাই ধুঁআ উঠি জোআ দেখি সেই কথাত মন কৰিলে, আৰু সিইতে ভাবিচে জেন অতি পাতল মোনাত ধুঁআ সুমালে ধুঁআই সেই মোনাক উৰুআই নিব পাৰিব। ১৭৮২ সঁকৰ অক্তোবৰ মাহত পাটৰ মোনাৰে সেই দৰে পৰিখ্যা চাইচিলে; মোনাৰ তলে বাট কৰি জুলাপাত পুৰি মোনাৰ ভিতৰত থকা বতাহ পাতল হল, তাতে মোনা ঘৰৰ ভিতৰত উঠি চালত লাগিলগৈ। পাচে ঘৰৰ বাহিৰে সেই ৰূপে কৰিলে, আৰু মোনাই ৫০ হাত ওখলৈ উঠিল। তাৰ পাচে এটা ডাঙ্গৰ মোনা কৰিলে, আৰু জি জৰিৰে বন্ধা আচিল সেই জৰি চিঙ্গি মোনা ৪০০ হাত ওপৰলৈ উঠিল। পাচে তাতকৈ বৰ ডাঙ্গৰ এটা কৰাত ৭০০ মান হাত ওখলৈ উঠিল, জত উঠিল তাৰ পৰা ৮০০ হাত

মান নিলগত পৰিল গৈ। এনে আকাশত উৰি জোআ মোনাকে বলুন বোলে।

পাচ বচৰত বুজিলে জি বলুনত ২৩০০০ কিউবিক ফুট (অৰ্থাত ঘন ফুট) ধৰিব সেই বলুনে আপোনাৰ গধুৰতকৈ ৫০০ পৌণ্ড (অৰ্থাত ২৫০ সেৰ) দাঙ্গিব পাৰে। সেই বলুনটো ১০ মিনিটৰ ভিতৰত ৬০০০ ফুট অৰ্থাত ৪০০০ হাত উঠিল, আৰু এক মাইলৰ অধিক দুৰত পৰিল গৈ।

ইয়াৰ পাচে সেই দুজন ভায়েক ৰুকায়েকক ৰাজ নগৰলৈ মাতিলে, আৰু মহা ৰজাই দেখিবৰ নিমিত্তে ৬০ ফুট ওখ ৪৩ ফুট বহল এনে ডাঙ্গৰ এটা বলুন সাজিলে। আৰু এক মেৰ চাগলি, এটা মতা কুঁকুৰা আৰু এটা হাঁহ, সজাৰ ভিতৰত সুমাই, বলুনৰ তলত আৰি দি, বলুনে সৈতে উৰাই দিলে। দুৰ হৈ নৌ উঠোঁতেই পাট কাপৰ ফাটিলে; তেওঁ ১৪৪০ ফুট ওখকৈ উঠি আৰু ৮ খন্তেক মান থাকি উঠা ঠাইৰ পৰা ১০,২০০ ফুটৰ আঁতৰ মাটিলৈ পৰিল, কিন্তু জন্তুবিলাকে একো দুখ নে পালে।

সেই পৰিমান দেখি বুজিলে বলুনেৰে সৈতে মানুহে আকাশত অহা জোআ কৰিব পাৰে, আৰু পিলাতৰ সাহাবে আপুনি আকাশ জাত্ৰা কৰিবলৈ মন থিৰ কৰিলে। পাচে এক বলুন সাজি খেৰ আদি কপাহ ভৰাই থলে, আৰু সেই সাহাবে ১৫ অক্তোবৰ ১৭৮৩ সঁকত বলুনেৰে সৈতে ৮৪ ফুট উঠিল। দুই তিনি দিনৰ পাচত আকও ২৬২ ফুট ওখলৈ উঠিল; জেতিয়া বলুন নামিব খুজে আৰু অলপ খেৰ দিলত বায়ু পাতল কৰি পুনৰাই উঠিল। আকও অলপ দিনৰ মুৰতে ৩৩০ ফুট উঠি পাৰি নগৰৰ ওপৰ হৈ সকল মানুহে দেখা দেখি হৈ ৯ মিনিত থাকিল। তেওঁৰ আগেএ আন কোনো মানুহ আকাসত উঠি ফুৰা নাই।

ইয়াৰ পাচে পাৰি নগৰত থকা চাৰ্লচ্ নামে এজন গিয়ানি সাহাবে জুই নো হোআকৈএ এবিধ অতি পাতল বায়ু বলুনত ভৰাই উৰাব পাৰিম বুলি বুজিলে। সেই বুধিৰে এটা বলুন সাজি, তাত এখন নাৱৰ নিচিনা বলুনৰ তলত আৰি দিছিলে। সেই নাৱত মোন চাৰেক বালি ভৰাই চাৰ্লচ্ সাহাব আৰু এজন ৰবট নামেৰে সাহাব উঠিলে জেতিয়া বলুন নামিব খোজে তেতিয়া বালি পেলাই দিএ, তাতে বলুন লঘু হৈ আকও উঠে, সেই দৰে বহুত দুৰলৈ গৈছিলে। পাচে চাৰ্লচ্ সাহাব অকলে উঠিম বুলি বলুন মাটিলৈ নমাইছিল আৰু ৰবট সাহাবে ওলাল তাতে বলুনে ১৩০ পৌণ্ড লঘু দেখি পুনৰাই উঠিল, আৰু ২০ মিনিটত ৬০০০ হাত ওখ পালে, তাৰ পৰা প্ৰিথিৱিত একো নে দেখিলে। প্ৰথমতে ৰতাহ তপত পাইছিলে কিন্তু অলপতে অতি জাৰ হল। প্ৰিথিৱিৰ পৰা উঠোঁতে বেলি বহিল, কিন্তু চাৰ্লচ্ সাহাবে ওখকৈ উঠিলত আকও সুৰ্জ্জক দেখিলে। তেওঁ মেঘৰ ওপৰত উঠি ওপৰতে আধা ঘণ্টা মান থাকি প্ৰিথিৱিৰ পৰা মেঘবোৰ ওপৰলৈ আহিছে জেন বলুনৰ পৰা দেখিলে। বলুনৰ বায়ু সুমুআ বাট অলপ মুকলি কৰি বায়ু ওলাই ক্ৰমে ক্ৰমে মাটিলৈ নামি, এক পথাৰত একো দুখ নো পোআকৈ পৰিল। সেই সময়ত ৭০০০ হাত উঠিল।

১৭৮৪ সঁকতে দুজন সাহাবে ৮৬০০ হাত প্ৰিথিৱিৰ পৰা উঠিল। আৰু ১৮০২ সঁকত গাৰ্নেৰিন সাহাবে ইংলণ্ড দেসত ৬৬০০ হাত উঠি আৰু তিনি পোআ ঘণ্টা ৬০ মাইল অৰ্থাত ৩০ ক্ৰোচ দুৰ গৈছিলে। তেতিয়াৰে পৰা এতিয়ালৈকে বচৰি বচৰি ইউৰপ আৰু আমেৰিকা দেসৰ পৰা অনেক মানুহ বলুনত উঠিল। ১৮২৮ সঁকত চাদ্লৰ নামে এজন সাহাব আয়ৰলণ্ড দেসৰ পৰা ইংলণ্ডলৈ বলুনৰ দোআৰাই নিৰ্ব্বিঘিনি ৰুপে পাৰ হৈ গল।

বৰ্ত্তমান বচৰৰ ৭ জুনৰ গধুলি বেলা গ্ৰিন নামে লণ্ডন নগৰৰ আকাসত ফুৰা এজন লোকে আপোনাৰ বলুন তৈয়াৰ কৰি আন দহ জন মানুহে সৈতে উঠি গল। সেই বলুন বৰ ডাঙ্গৰ আৰু ওপৰত লিখা দৰে অতি পাতল বায়ুৰে পুৰ হোআত নগৰৰ মানুহে চাই থাকোঁতে ৰান্ধ কাটিলত বৰ বেগেৰে উঠিল। বলুনৰ তলত লগোআ পালেঙ্গিত থকা মানুহ এজনে সেই জাত্ৰাৰ কথা সম্বাদ পত্ৰত লিখিছে। বলুন জেতিয়া উঠিল, তাৰে সৈতে জোআ মানুহে প্ৰিথিৱিৰ পৰা উঠিছোঁ বুলি

গম নে পাই, আমাৰ পুৰা প্ৰিথিবিহে তলৈ পৰা হেন দেখিলে। কিচু ওখলৈ উঠিলত গোটেই নগৰ একে বেলিএ দেখিলে, কিন্তু আটাই বস্তু অতি সৰু; আলিবোৰ আঁক দিয়াৰ দৰে হল, আৰু নগৰৰ মানুহ পৰুআ বগোআ দি বগোআ দেখিলে। দেসৰ মাজে দি জোআ ভাপৰ ৰথ আৰু ভাপ জাহাজ দেখিবলৈ বৰ সুন্দৰ। ওপৰৰ ঠাই পালত নগৰৰ সকলো সবদ আৰু মানুহৰ মাত বৰ ধনিৰে উঠিল; একো মাত চিনিব নোআৰিলে, মৌৰ নিচিনা মিহলি মাত সুনিলে। বতাহে ইফালে সিফালে নৈ ফুৰুআত ৩,৫০০ মান হাত ওখ হলত পাত্ৰত সৰু বিন্ধা দিলে। তাতে গধুৰ বায়ু লাহে লাহে সোমোআত সিইত নামিবলৈ ধৰিলে। পাচে ৰেনম গাঁৱৰ ওচৰত এক দোপনি পথাৰত দুখ নো পোআকৈ পৰিল; তাৰ পৰা তিনি ডাঁৱৰ বাট গৈ গাঁৱত ঘোঁৰা ৰথ পাই সেই ৰাতিতে নগৰলৈ উভতি গল।

বৰ্চেল নগৰৰ চাৰি জন মানুহে এটা বলুনত সোমাই ৪০০০ হাতৰ ওখলৈকে উঠিল; তাতে পাত্ৰৰ ভিতৰত জি পাতল বায়ু আচিল তাৰ বলেৰে পাত্ৰ ফাটি বায়ু ওলাল। তেতিয়া মানুহে জন্ত্ৰে সৈতে বৰ বেগেৰে ওপৰৰ পৰা আহি মাটিত পৰি খুন্দা খাই দুখ পালে, তথাপি চাৰিও জন জিলে। §

---

## হুবে নামে এজন নগা লৰাৰ মৰন।

Obituary of Hube, a Native Christian.

অক্তোবৰ মাহৰ ১০ তাৰিখে বেলা ৭ বজাতে শ্ৰীজুত কটৰ সাহাবৰ টোলত ১০। ১২ বচৰ বয়সিয়া এটি নগা লৰা জ্বৰ নিৰ দোআৰাই মিত্যু হল। সেই নগা লৰাৰ বাপেকো জইপুৰত কটৰ সাহাবৰ হাতত ১৮৪৩ সকত মৰিল, আৰু দিন চাৰেকৰ পাচত সেই সাহাব মোকাম সিৱসাগৰলৈ আহিবলৈ থিৰ কৰি নাৱত উঠোতে হুবেৰ দদায়েকইতে তাক ঘাটলৈ আনি সাহাবক সোধাই দিলে। সেই সৰু মাউৰা, নাঙ্গটা লৰাক দেখি সাহাবৰ মনত মৰম লাগি তাক সুধিলে, “মোৰ লগত সিৱসাগৰলৈ জাবি নে?” সি বুলিলে, ‘জাম’। তেতিয়া সাহাবে নাৱত তুলি, কাপৰ দি, এই জিলালৈ আনিলে; আৰু মেম সাহাবে তাক লিখিবলৈ পৰ্হিবলৈ সিকাই, আৰু ইশ্বৰৰ কথাও সিকাই বুজাই দিলে। এই লৰা সৰু হলেও তাৰ মন থিৰ আৰু বুধি ভাল, আৰু জেতিয়া আহৰি পাই সি সাস্ত্ৰ পৰ্হি, গনন অঙ্ক সিকি আৰু চিটি লিখি থাকে। নৌ মৰোঁতে এবচৰ মানৰ আগেএ সি আপোনাৰ অগনন পাপ আচে বুলি জানি অনেক দিনলৈ কিহেৰে মোৰ পাপ খেমা হব, ইয়াকে ভাবি আচিল; কিন্তু কতো ত্ৰানৰ উপাই নে পাই প্ৰভু যিচু খ্ৰিষ্ট জে ৰকপ ত্ৰান কৰ্ত্তা হই, তাকে জানি তেঁওৰ নামত বিস্বাস কৰিলে। কিচু সৰহ দিনলৈ খ্ৰিষ্টিয়ান লোকে তাৰ কথা সুনি কৰম চাই, তাৰ নিবেদনত চেপ্তেম্বৰ মাহৰ ১২ তাৰিখে বিস্ৰাম বাৰত অনেক মানুহৰ আগত শ্ৰীজুত পাদুৰি ব্ৰুওন সাহাবৰ দোআৰাই বুৰ পাই, পাচে প্ৰভুৰ ধৰম মণ্ডলিত সোমাল। সেই দিনৰে পৰা সকলো পাপ কৰম তিয়াগ কৰি, প্ৰভুৰ সেৱা প্ৰাৰ্থনাত প্ৰবৰ্ত্তি আচিল; আৰু তাতে সেই লৰাৰ মন অতিসই আনন্দেৰে মৰনলৈ একো ভই নো হোআকৈ থিৰে থাকিল। সনিবাৰে ভাটি বেলা ৩। ৪ বজামান বেলিত তাক মাউৰে ধৰিলে, আৰু বিস্ৰাম অৰ্থাত দেও বাৰৰ ৰাতি পুআতে মৰিল। তাৰ ধৰম ভাই তিনি চাৰি জন মানে ওৰে ৰাতি তাৰ লগত সুস্ৰুসা কৰি আচিল, আৰু সাহাবেও অনেক দৰব খুআইচিল তথাপি প্ৰান ৰখ্যা ন পৰিল। ৰোগৰ টান দেখি সেই ৰাতি অতি দুখ জাতনা সহিচিল, তেও ৪। ৫ বাৰ ইশ্বৰে পাপ খেমিবলৈ আৰু তাক গ্ৰাজ্য কৰিবলৈ প্ৰাৰ্থনা কৰিলে। সেতিয়া তাৰ মিত্যু কাল ওচৰ হল, তেতিয়া প্ৰ চৰনত আপোনাৰ সৰিল আত্মা অৰ্পন কৰি লে, “হে প্ৰভু দুখে সুখে তুমি মোক নেৰিবা;” এই কথা কৈ অলপ বেলিৰ পাচত খ্ৰিষ্টৰ চৰনত অতি আনন্দে নিদ্ৰা গল। মিত্যু হোআৰ দুই তিনি ঘণ্টাৰ আগেএ সি বুলিচিলে, “প্ৰভু যিচুএ মোক নিবলৈ ইয়ালৈ আহিচে;” হই, আমি আসা কৰিচোঁ জেন সেই সৰু লৰাটিক নিবলৈ প্ৰভু অহিল, আৰু সৰিল এস্থাবৰ চেঁচা মাটিৰ তলত গেলি লিন হৈ জাবলৈ থলে; তেও তাৰ জিউ



আত্মা পৰম দুতবিলাকে স্বৰগলৈ নিলে, তাতে দুখ, ৰোগ, বেদনা আদি নে জানিব, কিন্তু অনন্ত কাললৈ অতি আনন্দ পাই ইশ্বৰৰ নাম গিত গাই স্তুতি কৰিব।

ইয়াতে আমি জানিব পাৰোঁ, লৰা হওক বা বুঢ়া হওক পাপি লোক প্ৰভু য়িচু খ্ৰিষ্টত বিশ্বাস কৰি তেঁওৰ আগ্যা মানে, সি মৰন সময়তো একো ভই ন কৰে। কিন্তু পণ্ডিত বা গিয়ানি লোক হলেও জদি আপোনাকে ধৰমি বুলি অহঙ্কাৰ কৰে, সেইবিলাক মৰাৰ সময়ত অতি নিৰাশা আৰু মহা বিয়াকুল হই, সেই কাৰন আমি জানোঁ, প্ৰভু য়িচু খ্ৰিষ্টৰ বাজে আন কাৰো পাপৰ পৰিত্ৰান নাই। জিটোএ এই কথা লিখিচে, সি আপুনি ওপৰে লিখা সকলো দেখিলে আৰু সুনিলে, সেই কাৰন সি স্বৰূপ কথাৰ সাখি দিচে। ন. ল.



## পৌল পাঁচনিৰ বিবৰন।

Conversion of the Apostle Paul.

জেতিয়া য়িচু খ্ৰিষ্ট, ধৰম অৱতাৰ হৈ জগতৰ পাপৰ দণ্ড আপুনি ভুগি পাপৰ নহা প্ৰাচিতকৰি আপোনাৰ প্ৰানক বলি ৰূপে দুষ্ট লোকৰ হাতত সমৰ্পন কৰি ভগন কৰিলে, আৰু তাৰ পাচে তিন দিনত নিজ সক্তিৰে মৰন আৰু পৰলোকেকো জিনি উঠিল; তেতিয়া তেঁও আপোন মনোনিত লোকক, অৰ্থাত সিস্যসকলক চপাই, সিবিলাকক পাঁচনি ভাৰ দি কলে, তোমোলাকে গোটাই খন প্ৰিথিবিলৈ গৈ সকলো প্ৰানিৰ আগত এই পৰম আয়ুসৰ কথা কিৰ্ত্তন কৰা; তাতে জিবিলাকে মোক্ত আৰু সুভ বাত্ৰাত বিশ্বাস কৰিব সি পৰিত্ৰান পাব; কিন্তু জি কোনোএ বিশ্বাস ন কৰে তাৰ দণ্ড হব, এই বুলি তেঁওৰ হাত দাঙ্গি আসিৰ্বাদ দি সিবিলাকত কলে, দেখা, প্ৰিথিবিৰ অন্তলৈকে সদাই মই তোমোলাকৰ লগতে থাকিম; এই কথা কৈ তেঁও স্বৰগলৈ গৈ সৰ্বসক্তিমন্ত পিত্ৰি পৰম ইশ্বৰৰ সোঁ হাতে বহিল।

তাৰ পাচে সিস্যবিলাক ফুৰি ফুৰি তেঁওৰ কথা দেসে দেসে কিৰ্ত্তন কৰিব ধৰিলে, আৰু তাতে

সেই পৰম আয়ুসৰ কথা সুনি অনেক মানুহে খ্রিষ্টৰ নামত বিশ্বাস কৰি পাঁচনিবিলাকৰ লগ লৈ ঠায়ে ঠায়ে মণ্ডলিবোৰ হল। তেতিয়া য়িহুদা দেসৰ তাৰ্চ নগৰত থকা চৌল নামে এজন প্ৰধান মানুহে সেই সম্বাদ সুনি, প্ৰভুৰ ধৰমক হিংসা কৰিব ধৰিলে। আৰু জি মানুহে আগৰ ধৰম এৰি খ্রিষ্টৰ ধৰম গ্ৰাজ্য কৰিলে, সেইবোৰক জিমান পালে, ধৰি বান্ধি বন্দিসালত সুমালে, আৰু পাৰে মানে অনেক ভকতক তাডনা কৰি খেদিলে; আৰু আপোনাৰ নগৰ এৰি দামেচক নামে আন এখান নগৰত মানুহে খ্রিষ্টৰ সিস্য হৈছে বুলি সুনি তালৈকো আহি দুখ দিবৰ আসাৰে প্ৰধান পোৰোহিতৰ পৰা আগ্যা পত্ৰ খুজি ললে; আৰু পাচে আন আন মানুহক লগত লৈ ঘোৰাত উঠি গৈ দামেচকৰ ওচৰ পোআতে অকস্মিতে আকাসৰ পৰা সুৰ্জতকৈও মহা প্ৰতাপি পহৰ ওলাই তেঁওৰ চাৰিও ফালে প্ৰকাস কৰিলত, তেঁও মাটিত পৰিল। তেতিয়া হে চৌল, হে চৌল, মোক কিয় তাডনা কৰিচা এনে আকাসি বানি তেঁও সুনি সুধিলে, হে প্ৰভু, আপুনি কোন? তেতিয়া প্ৰভুএ কলে জি য়িচুক তুমি তাডনা কৰিচা তেঁওএই মই। কিন্তু উঠা নগৰলৈ জোআ তেতিয়া তুমি জি কৰিব লাগিব তাকে তোমাত কোআ হব।

সেই কালত তেঁও উটি নগৰলৈ আহি এক ঘৰত তিনি দিনলৈকে চকুৰে নে দেখা হৈ ভোজন পান ন কৰাকৈ পাপৰ নিমিত্তে ক্ৰন্দন কৰি আচিল; তাৰ পাচে জি জনৰ ভকতক হিংসা কৰিচল, সেই প্ৰভু য়িচুতে বিশ্বাস কৰি বুৰ পালে। পাচে পলম ন কৰি খ্রিষ্টৰ কথা প্ৰচাৰ কৰিব ধৰিলে, আৰু দেসে দেসে নগৰে নগৰে জি জি মানুহক পাই সেই সকলোতে খ্রিষ্টৰ সুভ বাত্ৰা কিৰ্ত্তন কৰি, মতা মাইকি অনেক লোকক প্ৰভুলৈ মিন পালটালে, আৰু তেঁও আপুনিও প্ৰভুত বিশ্বাসি হৈ জি জি আচৰিত কৰম লোকবিলাকৰ আগত কৰি, সেসে প্ৰভুৰ ধৰমৰ নিমিত্তে জিমান দুখ তাডনা পালে তাকে অলপকৈ লিখিচোঁ।

তেতিয়া চৌলে পাঁচনিৰ বাৰ পোআ হল; তেতিয়া তেঁও ধন, বস্তু, মাটি, বাৰি, ঘৰ, কুটুম এইবিলাকলৈ একো ইচা ন কৰি, কেৱলে প্ৰভু য়িচুৰ সুভ বাত্ৰাকহে সকলো ঐশ্বৰ্জ্য বিভুতিতকৈ অমুল্য হেন জানি, সেই পৰম আয়ুসৰ কথাকে লৈ জি দেস বা জি জাতি মানুহ হওক সিবিলাকৰ আগত পৰিত্ৰানৰ কথা কিৰ্ত্তন কৰিলে। পাচে তেঁও দেসে দেসে ফুৰি ইশ্বৰৰ কথা কোআত কুপ্ৰ মাজুলিৰ এক নগৰৰ অধিকাৰৰ লগত থকা এটা তাঁৰি খোআ ভবিস্যত বক্তাক লগ পালে। সেই অধিকাৰে চৌলৰ মুখৰ পৰা ইশ্বৰৰ কথা সুনিবৰ ইচাৰে সিবিলাকক মাতিলত, মিচা ভবিস্যত বক্তাই অধিকাৰক বাধা কৰি চৌলকো বিঘিনি কৰালে। তেতিয়া চৌল আৰু পৌল বোলে, পবিত্ৰ আত্মাৰে পুৰ হৈ; সেই মায়াপিলৈ একে ঠৰে চাই কলে, হেৰ চইতানৰ পুতেক সকলো ধৰমৰ সত্ৰু। কপটতে দুষ্টে কৰমতে পুৰ প্ৰভুৰহৈ স্বৰূপ পথক লটিয়াবলৈ নেৰ নে? আৰু চাৰি এতিয়া পৰম ইশ্বৰৰ হাতে তোক ধৰি আচে; আৰু তই কেতেক দিন কনা হৈ বেলিকো নে দেখিবি। তেতিয়াই চকুত মলিন হৈ তাৰ ওপৰত এন্ধাৰ পৰিল; তাতে সি হাতত ধৰিবলৈ মানুহ বিচাৰি ফুৰিলে। আৰু ইশ্বৰে তেঁওৰ হতুআই এনে বিস্মই কৰম কৰালে, তেঁওৰ গাৰ কাপৰ বা গামোচা নৰিয়া মানুহৰ ওচৰলৈ আনিলত সিবিলাক ৰোগৰ পৰা মুকুত হল; আৰু অসুচি ভুতো মানুহৰ পৰা বাহিৰ ওলাল।

ইয়াৰ পাচে পৌলে সেই ৰূপে কথা কিৰ্ত্তন কৰাত আপোন দেসি লোকে তেঁওক ধৰি অনেক বাৰ বন্দিসালত ৰাখি, কোনো কোনো সমইত বৰ হিংসা কৰি বহু সাস্তি কৰিলে। তাৰ পাচে প্ৰধান পোৰোহিত আৰু বুৰালোকে তেঁওক ধৰি দেসাধিপতিৰ আগলৈ মিচা অপবাদেৰে সোধ কৰি বধ কৰাবৰ আসয়েৰে নিলে। তাতে ৰজা আৰু অধিকাৰ সকলেও সোধ আসনত বহি, পৌলে আপোনাৰ কথাত উত্তৰ দিবলৈ অনুমতি দিলে। তেতিয়া পৌলে উত্তৰ কৰিলে বোলে, মই সৰু কালৰেপৰা পিত্ৰি ধৰমতে আচিলোঁ, আৰু সেই ধৰমত আমাৰ জি পৰিত্ৰানৰ আসা আচিল তাকে আচৰি খিৰে থাকি নিতি সাস্ত্ৰৰ দৰে নিদুৰ্সি হৈ আচিলোঁ। কিন্তু য়িহু

খ্রিষ্টত বিশ্বাস কৰাবিলাকৰ অহিতে অনেক কৰ্ম্ম কৰিব লাগিব তাক আপুনি জানি, প্রধান পোৰোহিতৰ পৰা সক্তি পাই প্রভুৰ অনেক সাধুলোকক বন্দিসালত থলোঁ; আৰু সিবিলা-কক মৰাৰ সময়ত সিবিলাকৰ বিৰোধে সম্মত দিলোঁ। আৰু বাৰে বাৰে সকলো নাম ঘৰত সিবিলাকক সাস্তি কৰি বলেৰে নিন্দা কৰালোঁ। আৰু সিবিলাকলৈ অতিসই খঙ্গ হৈ আন দেসৰ নগৰলৈকে তাড়না কৰি খেদালোঁ। এই ৰূপে প্রধান পোৰোহিতৰ পৰা সক্তি আৰু আগ্যা পত্র পাই দামেচক নগৰলৈ গলোঁ। তাতে হে মহা ৰজা বাটৰ মাজত দুপৰৰ সময়ত বেলিৰ প্রকাসতকৈও মহা প্রতাপি এক পহৰ আকাসৰ পৰা মোৰ আৰু লগত জোআ মানুহৰ চাৰিও ফালে প্রকাস হোআ দেখিলোঁ, তেতিয়া আমি আটাই মাটিত পৰিলত, পাচে হে চৌল, হে চৌল, মোক কিয় তাড়না কৰিচা? কাইটত ভৰি মৰা তোমালৈ টান, এই বোলা এক আকাসি বানি সুনিলোঁ। তাতে মই সুধিলোঁ, হে প্রভু আপুনি কোন? তেতিয়া তেঁও কলে জি য়িচুক তাড়না কৰিচা তেঁৱেই মই। কিন্তু উঠি ভৰিৰে থিয় হোআ, তুমি জি জি দেখিলা, আৰু পাচে এই মানুহৰ আৰু বিদেসি লোকৰ হাতৰ পৰা উধাৰ কৰি তোমাক মই জি জি দেখুআম, সেই আটাইৰে নিমিত্তে তোমাক সেৱক আৰু সাখি কৰাবলৈ মই দৰ্সন দিলোঁ। তেঁও আপোনাৰ কথাত এই ৰূপ প্রমান দি উত্তৰ কৰিলতো তথা-পি তেঁওক মিচা বাদি লোকে প্রান মাৰিবৰ আ-সাৰে ৰোম নগৰত থকা কৰ্ম্মি মহা ৰজাৰ আগ-লৈ নি সোধ কৰোআলে। পাচে পৌলে সেই নগৰতো চল পাই নিসংসয়ে ইশ্বৰৰ সুভ বাৰ্ত্তা কিৰ্ত্তন কৰিলে, তাতে অনেক কৰ্ম্মিয়া লোকে প্রভু য়িচুত বিশ্বাস কৰিলে; পাচে তাতে খ্রিষ্টিয়ান মণ্ডলি থাপন কৰা হল। পৌল পাঁচনিৰ কথা সুনি কেবল কৰ্ম্মিলোকে বিশ্বাস কৰিলে, এনে ন হই; কিন্তু অনেক ঠাইত বিদেসি আদি কৰি বহু মানুহে স্বৰূপ পৰম ইশ্বৰক জানি আপো-নাৰ আগৰ মিচা আসুই আৰু ভাৱনা এৰি প্রভুৰ ধৰ্ম্ম ললে; আৰু ঠায়ে ঠায়ে তেঁওৰ উপদেসতে সবহু মণ্ডলি হৈ খ্রিষ্টৰ ৰাজ্য বাঢ়ি গল। ন. দ.

Almanac for November, 1847.

## নবেম্বৰ মাহৰ পঞ্জিকা।

খ্রিং অং ১৮৪৭। হিন্দু সঁক ১৭৬৯।

| | নৱেম্বৰ | কাতি | সূৰ্য্যোদই | সূৰ্য্যাস্ত | চন্দ্ৰায়ু | চন্দ্ৰোদই |
|---|---|---|---|---|---|---|
| সোম | ১ | ১৬ | ৬।১৩ | ৫।১৪ | ২৩ | ০।২২ |
| মঙ্গল | ২ | ১৭ | ৬।১৪ | ৫।১৪ | ২৪ | ১।১২ |
| বুধ | ৩ | ১৮ | ৬।১৪ | ৫।১৩ | ২৫ | ২।২ |
| ব্রিহস্পতি | ৪ | ১৯ | ৬।১৫ | ৫।১৩ | ২৬ | ২।৫২ |
| সুকুৰ | ৫ | ২০ | ৬।১৬ | ৫।১২ | ২৭ | ৩।৩৯ |
| সনি | ৬ | ২১ | ৬।১৭ | ৫।১১ | ২৮ | ৪।২৮ |
| দেও | ৭ | ২২ | ৬।১৮ | ৫।১১ | ২৯ | ৫।২৮ |
| সোম | ৮ | ২৩ | ৬।১৮ | ৫।১০ | ০ | চন্দ্ৰাস্ত |
| মঙ্গল | ৯ | ২৪ | ৬।১৯ | ৫।১০ | ১ | ৬।৪ |
| বুধ | ১০ | ২৫ | ৬।২০ | ৫।৯ | ২ | ৬।৫১ |
| ব্রিহস্পতি | ১১ | ২৬ | ৬।২০ | ৫।৯ | ৩ | ৭।৪০ |
| সুকুৰ | ১২ | ২৭ | ৬।২১ | ৫।৮ | ৪ | ৮।৩৯ |
| সনি | ১৩ | ২৮ | ৬।২২ | ৫।৮ | ৫ | ৯।২৭ |
| দেও | ১৪ | ২৯ | ৬।২২ | ৫।৭ | ৬ | ১০।২৩ |
| সোম | ১৫ | ৩০ | ৬।২৩ | ৫।৭ | ৭ | ১১।২১ |
| | | আঘোন | | | | |
| মঙ্গল | ১৬ | ১ | ৬।২৩ | ৫।৭ | ৮ | |
| বুধ | ১৭ | ২ | ৬।২৪ | ৫।৬ | ৯ | ০।২০ |
| ব্রিহস্পতি | ১৮ | ৩ | ৬।২৫ | ৫।৬ | ১০ | ১।১৯ |
| সুকুৰ | ১৯ | ৪ | ৬।২৬ | ৫।৬ | ১১ | ২।২০ |
| সনি | ২০ | ৫ | ৬।২৭ | ৫।৫ | ১২ | ৩।২২ |
| দেও | ২১ | ৬ | ৬।২৭ | ৫।৫ | ১৩ | ৪।২৫ |
| সোম | ২২ | ৭ | ৬।২৮ | ৫।৫ | ১৪ | চন্দ্ৰোদই |
| মঙ্গল | ২৩ | ৮ | ৬।২৯ | ৫।৫ | ১৫ | ৬।৩০ |
| বুধ | ২৪ | ৯ | ৬।৩০ | ৫।৫ | ১৬ | ৭।২৮ |
| ব্রিহস্পতি | ২৫ | ১০ | ৬।৩১ | ৫।৫ | ১৭ | ৮।২৩ |
| সুকুৰ | ২৬ | ১১ | ৬।৩১ | ৫।৪ | ১৮ | ৯।১৯ |
| সনি | ২৭ | ১২ | ৬।৩২ | ৫।৪ | ১৯ | ১০।১৪ |
| দেও | ২৮ | ১৩ | ৬।৩৩ | ৫।৪ | ২০ | ১১।১৬ |
| সোম | ২৯ | ১৪ | ৬।৩৪ | ৫।৩ | ২১ | ১১।৫৬ |
| মঙ্গল | ৩০ | ১৫ | ৬।৩৫ | ৫।৩ | ২২ | |

নবেম্বৰৰ ৮, ১০, ১৫, ১৬, আৰু ১৭ তাৰি-খে কাচাৰি অফিচ আদি বন্ধ।

৮ দিনৰ পুআ ৯।৪ বজাত আমাবাস্যা।

২২ দিনৰ ভাটি বেলা ৩।৫৪ বজাত পূৰ্নিমা।

# অৰুনোদই সম্বাদ পত্ৰ।

দুতিয় চোঙা। মোং, সিৱসাগৰ, নৱেম্বৰ ১৮৪৭ খ্রিষ্ট অং সক। নম্বৰ ১১।

VOL. II. SIBSAGOR, ASAM, NOVEMBER, 1847. NO. 11.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

নৱেম্বৰ আৰু ডিচেম্বৰ মাহত্তে পাদুৰি সাহাববিলাকে ভাটিলৈ জাত্ৰা কৰি গলত অৰুনোদই কৰিব নো আৰিলে; সেই নিমিত্তে এতিয়া দুই পত্ৰ একে বেলিএ চাপ কৰি দি পঠাব।

বৰ্ত্তমান মাহৰ ১৮ তাৰিখৰ ৰাতিত সিৱসাগৰ জিলাত থকা কৈঁয়া পটি এখনত জুই লাগি গোটেই খন পুৰিলে, সেই সাৰিৰ মুৰত কেৱল এটা ঘৰ মাথোন নো পোৰাকৈ থাকিল। দিন চাৰেকৰ পাচত তথা মোকামৰ দিখৌ নৈৰ ওচৰত থকা মচলমানৰ বজাৰতো পুনৰাই জুই লাগি ৪।৫ ঘৰ মান পুৰিলে।

অক্তোবৰৰ প্ৰথম তাৰিখত কাসিত বৰ ধুমুহা বতাহে চাই দিন মান মাৰি স চাৰেক নাও বুৰালে, আৰু অনেক গচ আদি উভাৰি পেলালে।

কলিকতা নগৰত এটা নতুন গির্জা ঘৰ দু বচৰ মানৰ পৰা সাজি সাজি এটাই ৮ অক্তোবৰ তাৰিখত ইংৰাজি ৰাজ ধৰমৰ মতে উচৰ্গিলে। সেই গির্জাৰ খৰচ ৬,০০,০০০ চই লাখ টকা; তাৰে আঢ়ৈ লাখ ইংৰাজি ধৰমৰ গুৰুএ আপোনাৰ ধন দিলে।

মিৰট নগৰত তিনি জন গোৰা চিপাহি সিইঁতৰ ওপৰৰ বিসয়াক কোব মৰা হেতুকে সিইঁতক গুলিয়াই মাৰিবলৈ এই দেসৰ, প্ৰধান সেনাপতিএ আগ্যা দিলে।

মান দেসৰ পুব ফালে মলমাইন নগৰৰ স্তিল্চন নামে এজন আমেৰিকান পাদুৰি সাহাবে ১২ চেপ্তেম্বৰ দেও বাৰৰ ৰাতি সুবলৈ গলত কোনো মানুহে দুআৰত মতা সুনি দুআৰ মেলি তিনটা মানুহক দেখিলে; সিইঁতৰ এটাই সাহাবক কিবা কাকত দিলে; সাহাবে তাক পঢ়োঁতে সি জনে ঘৰত সোমাই তৰোআল উলিয়াই দেখাই ঘৰত জি ধন আচে তাক উলিয়াই দিবলৈ সাহাবত কলে; তেতিয়া সিইঁতক ডকাইত বুলি জানিলে। পাচে ধন নি দিযাত সিইঁতে সাহাবক কাটিবলৈ ধৰাত তেঁও এজনৰ তৰোআল কাঢ়িলনত সিইঁতে মৰা মৰি কৰি সাহাবৰগাত অনকে কোব মাৰিলে, তথাপি সিইঁতক ঘৰৰ পৰা খেদালে। পাচ দিনা বিচাৰ পতিএ বিচাৰিবৰ নিমিত্তে টেকেলাবোৰক পঠালত সিইঁতৰ এজন ধৰা পৰিল।

কেপ্ বর্দ মাজুলিৰ ফোগো নামেৰে এটা মাজুলিত ৮০০০ হাত ওখ পৰ্বত আচে। এপ্ৰিল মাহত ১০।১৫ দিন মান সেই পৰ্বতৰ পৰা তপত জোল, মাটি আৰু বহু সিল ওলাল; ভুঁইকঁপেৰে পৰ্বতো লৰিল; তপত জোলৰ অনেক জানবোৰ পৰ্বতৰ ওপৰৰ পৰা বৈ জাওতে ভালেমান গৰু চাগ আদি পুৰি মাৰিলে।



কেপ্ বর্দ মাজুলিবিলাকৰ নক্চা।

খেহ দেসৰ কাস্তুন নগৰত জোআ বচৰৰ ভিতৰত দোস কৰা ১২০০ মানুহ দণ্ড আগ্যা পোআ হৈ মূৰ কটা গৈচে।

ইংৰাজি দেসৰ হাইণ্ড সাহাব নামে একজন জ্যোতিসিয়াই দূৰ্বিনেৰে আকাস মণ্ডল চাই ১৩ আগষ্টত এটা নতুন সক গ্ৰহ দেখা পালে। তাৰ নাম আইৰিচ দিলে; সেই গ্ৰহ মঙ্গল আৰু বৃহস্পতিৰ মাজতে আচে।

গ্ৰেট বৃিটন নামে জি ভাপ জাহাজ ২২ চেপ্তেম্বৰ তাৰিখত আয়ৰলণ্ড দেসৰ দাঁতিত লাগি ৰল, তাক একআৰৈলে এবচৰ মান অনেক অনেক উপাই জতন কৰি ২৭ আগষ্টত তাক কলেৰে তুলি দুখান ভাপ জাহাজে সৈতে অনেক মানুহে টানি টানি একআলে। পাচে এখান ভাপ জাহাজে টানি নিয়াত সাগৰৰ সুঁতি পাৰ হৈ ১৩ আগষ্টত লিৱৰপুল নগৰ পালেহি। তাতে ডগা চিগা আটাইবোৰ বাস্তি পেলাই সেই ৰৰ জাহাজ আকও আটলান্তিক মহা সাগৰ পাৰ হৈ জাব বুলি এসা কৰিচে। সেই জাহাজদিঘল ২১৫ হাত হৈচে।

আগষ্ট মাহৰ ২৭ তাৰিখত লণ্ডন নগৰত তেমচ নদি পাৰ হবলৈ ধৰোঁতে ক্ৰিকেত নামে এখান ভাপ নাৱৰ পানি উতলোআ পাত্ৰ ফাটিল। তাতে খাৰত জুই লগা দি গিৰিস কৰি জাহাজ ভাগি গুৰি ফাল ডোখৰ ডোখৰ হৈ উৰি গল। ভিতৰত থকা ১৫০ মানুহবিলাকৰ অনেক খনি উৰুআই নিলে; কেতবোৰ পানিত পৰি, কেতবোৰ দাঁতিৰ ওচৰত বোকাত সোমাই সুমেৰে ৰখ্যা পালে; কোনো কোনো উৰাই নিয়া কাঠৰ দোআৰাই দুখ পাই ৪০ জন খুন হল; ৫ জন মৰিল।

আগষ্ট ২৯ তাৰিখত ইংলণ্ডৰ লিঙ্কন নগৰৰ গিৰ্জা ঘৰত সুৰন কিৰ্তন কৰিবলৈ অনেক মানুহ গোট খোআত তিনি পৰিয়া সময়ত আকাসত এটা কলা ডাৱৰউঠি গিৰ্জা ঘৰত বজ্ৰপাত পৰি ৮ টা মানুহক বিমূৰ্চ্চিত কৰিলে; এটা মানুহ একে বেলিএ পৰি মৰিল। তাৰ চোলা পুৰিলে, চোলাৰ গোদামো পমি গল, তথাপি তাৰ গাত একো ঘাৰ চিন দেখা ন গল।

গোড হোপৰ ওচৰত থকা কাফিৰ লোকে ইংৰাজি নিবাসি লোকৰ গৰু গাই ডকৱদি এতিয়ালৈকে ঘনে ঘনে বন কৰি থাকে।

ইংৰাজি দুখান জাহাজ উত্তৰ সাগৰত ৰৰ মাচ মাৰিবলৈ জাঁওতে ৩ জুলাইত পৰ্বতৰ সমান পানি সিলবিলাকৰ মাজত চেপা খাই ভাগিল; জাহাজৰ বনুআবিলাকে সিলত বগাই ৰৰ দুখ পালে, কিন্তু এমাহ মানৰ মূৰত নাও পাই উঠি ৰখ্যা পৰিল; তিনটা মাখোন মানুহ মৰিল।

অক্টোবৰ মাহত এক তিমি মাচ মেৰ্চি নৈত সোমাই হইলেইক গাঁৱৰ ওচৰত তাকৰ পানি হোআত বামত লাগি ৰল, তাতে মানুহবিলাকে ওলাই তাক ধৰি মাৰিলে। পাচে তাৰ গাৰ পৰা ১২০০ মোন তেল পালে।



বৰ্মিংহেম নগৰৰ ডেবিচ নামে একজন ফটিকা খোআ মানুহে আপোনাৰ তিৰোতায়ে সৈতে দন্দ লাগি থাকি অনেক বেলি কিলাই কোৰাই মাৰিলত তাই বিচাৰ পতিৰ ওচৰলৈ গৈ তজৰিজ কৰালে। সেই কাৰনে সৈপএকে বেজাৰ পাই ১২ অক্টোবৰত তিৰোতাৰ ওচৰলৈ গৈ চুমা খোআৰ দৰে ডিঙ্গি সাৱট মাৰি ধৰি ই হাতেৰে খুৰ উলিয়াই ডিঙ্গি কাটি মাৰি পেলালে।

স্কটলণ্ড দেসৰ কিনলকৃবেগ গাঁৱৰ ওচৰৰ পৰ্বতত দুজন সাহাব লোক জাত্ৰা কৰোঁতে ১ চেপ্তেম্বৰৰ ৰাতিত বাটৰ কাখৰত ৰৰ জাৰৰ দোআৰাই পৰি মৰিল। পাচ দিনা পুআ কোনো গাঁৱলিয়া মানুহে সেই বাটে দি জাঁওতে সিবিলাকৰ মৰা স দেখা পালে।

আয়ৰলণ্ড দেসৰ দাৰ্মদি নামে এটা মানুহে ফটিকা খাই বলিয়া হৈ ঘৰলৈ গৈ আপোনাৰ দুই জিএকক দুই থকা দেখি একজনিক ধৰি জুইত পেলাই দি পুৰিলে। সি জনি জিএকে পলাই

গৈ মানুহ মাত্তি আনিলত সেই চোৱালি জিয়াই নে পালে, আমঠা কেন হৈ পৰিল। তেতিয়াও বাপেকে গিয়ান নে পাই আপোনাৰ জিএকক পোৱা ঠৰ হৈ চাই আছিল।



জোৱা বচৰত ইংৰাজি দেশৰ ৰেলৰ ওপৰত জোৱা ভাপ ৰথত অনেক মানুহ আৰু দ্ৰব্য বস্তু নিয়াত তাৰ বেচ ৭,৪৬,৬৪,০০০ টকা হৈছিল।

স্কটলণ্ড দেশৰ গিলাচ্‌গো আৰু এডিন্‌বৰ নগৰৰ পৰা লণ্ডন নগৰলৈ ৪০০ ডাঁৰৰ বাট ভাপ ৰথেৰে একে দিনাই জাই।

আয়ৰলণ্ড দেশৰ ডনমোৱৰ জিলাত খ্ৰিষ্টিয়ান শাস্ত্ৰ পুথি বেচা বিলাই দিয়া এজন মানুহে ঘোঁৰাত উঠি অহা মাকৰ্ত্তি নামে এজন কমিয়া পাদুৰি বাটত লগ পোৱাত পাদুৰিএ তাক সুধিলে, তোমাৰ টোপোলাত কি আছে? শাস্ত্ৰ আছে বুলিলত পাদুৰিএ চাবলৈ খোজাত সি মেলি দেখুৱালে। তেতিয়া কমিয়া পাদুৰিএ পুথিবিলাক হাতত পাই বৰ খঙেৰে পুথি বাটত আৰু সেই মানুহৰ গাতো দলিয়াই পেলাই কলে, তোক চাবুকেৰে মাৰিবৰ নিমিত্তেহে মই আহিলোঁ। তাতে ঘোঁৰাৰ পৰা নামি তাক ৰাখিবলৈ এটা মানুহক সোধাই দি পুথি দিয়াটক কোবাই কোবাই মৰাত সি পুথি এৰি লৰ মাৰি গল। পাচে কমিয়া পাদুৰিএ পুথি গোটাই জুইৰে পুৰিলে। সামান্য লোকে ধৰম শাস্ত্ৰ পঢ়িবলৈ কমিয়া বজা পাপা আদি কৰি তাৰ সকলো পাদুৰি এনে বৰ নিসেধ কৰে।

পাৰি নগৰৰ ডিউক দিপ্ৰাচলিন নামে এজন ফ্ৰাঞ্চি বৰ মেলুৱাই আপোনাৰ ভাৰ্য্যাই সৈতে অনেক দিনৰ পৰা বিৰোধ হৈ ১৭ আগষ্ট তাৰিখৰ ৰাতি নৌ পুৱাওতে তেঁওৰ সুৱঠাই সোমাই মাৰিবৰ মনেৰে দাৰে খোঁচ মাৰি দিলে। সেই খোঁচত এধা মৰা হৈ তিৰোতাই উঠি চাকৰবোৰক মাতিবলৈ ঘণ্টাই বজালে; কিন্তু পৈএকে কাটি খুঁচি কিলাই কোবাই মাৰিলে। পাচে চাকৰবোৰে সোমাই আহি সিইতৰ আইম্যু আপোনাৰ তেজত বাগৰি পৰি থকা দেখিলে। তাতে বধ কৰোঁতাক নে পালে, কিন্তু পাচে সেই পৈএকৰ গাত আৰু কাপৰত তেজ লাগি থকা আৰু হাতত কামোৰাৰ দাঁতৰ চিন পোৱা হেতুকে তেঁও ধৰা পৰিল। পাচে তেঁওক কইদ কৰিব ৰাখি তেঁওৰ দোসৰ অনেক অনেক প্ৰমান উলিয়ালত মোক ফাঁচি দিব বুলি জানি তেঁও কমিয়া পাদুৰি এজনক মতাই আনি তাৰ হাতৰ পৰা প্ৰভুৰ ভোজন পান কৰিলে, আৰু আপুনি বিহ খাই ২৪ আগষ্ট তাৰিখত মৰিল। পাচে ডিউক দিপ্ৰাচলিনৰ বৰ পুতেক এই সকলো দুৰ্ঘটনা দেখি সিও আপোন ঘাতি হল।

ফ্ৰাঞ্চ দেশৰ চেম্বেডিএন নগৰত হিলৈ সজা এটা মানুহ বলিয়া হৈ ঘৰৰ পৰা আপোনাৰ আটাই বস্তু দলিয়াই পেলালে, পাচে এটা আৰ্চিৰ দৰ্পনত আপোনাৰ চাঁটো দেখি, আপোন ঘাতি হম বুলি হিলৈৰে আৰ্চি গুলিয়াই ভোখৰ ভোখৰকৈ ভাঙিলে; আৰু আপুনি মৰিলো বুলি জানি, সেই দিনৰে পৰা একো খোৱা বস্তু নে খাই নো চোএ। ॥

---

## অতি প্ৰিয় দুজন মিত্তিৰ।

**Damon and Pythias.**

দিয়নুচি নামে এজন চিৰাকুচ দেশৰ বাদ্‌সা হৈ সদাই বেয়া কৰম কৰে। এদিন সেই বাদ্‌সাই দামোন নামে এজনৰ ওপৰত কোনো দোস পেলাই তাক কলে, এই অপৰাধতে তোমাৰ ফাঁহি হব। এই কথা সুনি দামোনে আপোনাৰ লৰা তিৰোতাক দেখিবলৈ বৰ ইচা কৰিলে, তুমি মোৰ প্ৰান দণ্ড কৰিলে সিইতক আৰু দেখিবলৈ নে পাম; এই নিমিত্তে হে বাদ্‌সা, কিচুমান বেলি মোক ঘৰলৈ জাব দিয়া। পাচে বাদ্‌সাই কলে, তুমি গৈ প্ৰানৰ ভয়ত ন পলাবা, ইয়াক কোনে বিস্বাস কৰিব পাৰে? দামোনে উত্তৰ কৰি কলে, জদি মই উভতি আহিবলৈ তুমি বিস্বাস ন কৰা, তেন্তে মোৰ মিত্তিৰ পুথিয়ক মোৰ বদলি কইদত ৰাখা। এই ৰূপে থিৰ হলত পাচে সি ৰজাৰ হুকুম লৈ আপোনাৰ ঘৰলৈ গল।

তাৰ পাচে বাদ্সাই দামোন নৌ আহোঁতে তাৰ মিত্তিৰ পুথিয়কক দেখিবলৈ বন্দিসাললৈ গৈ তাত কলে, তুমি দামোনৰ কথাত বিস্বাস কৰি বৰ নিবুঁধি কাম কৰিলা; তুমি কি প্ৰকাৰে বুজিচা জে সি তোমাৰ নিমিত্তে বা আন কাৰো নিমিত্তে আপোনাৰ প্ৰান দিব? পুথিয়কে এই কথা সুনি অসন্তোস ন হৈ বাদ্সাহত কলে, হে ভাঃজৰিয়া, মোৰ মিত্তিৰৰ নিমিত্তে মোৰ একো সংসই নাই; আৰু তেঁওৰ নিমিত্তে জদি মই এসবাৰ মৰোঁ, তেও ভাল। তথাপি তেঁও জে আহিম বুলি গৈচে, নহাকৈ কেতিয়াও নে থাকিব, ইয়াক মই নিচই জানোঁ; আৰু তেঁওৰ নিমিত্তে মোৰ প্ৰান দণ্ড ন হব তাকো জানোঁ। কিন্তু পৰম ইস্বৰৰ আগত এই প্ৰাৰ্থনা কৰোঁ, জেন মোৰ বন্ধুক ৰখ্যা কৰিব অৰ্থাত জি সমইত তেঁও আহিব লগা হই সেই সমইত জেন কোনো এক বিঘিনিৰ দোআৰাই বন্ধুকৈ ৰাখোক; কিয়নো সমইৰ ভিতৰত আহিলে তেঁও অৱস্যে মৰিব, তেতিয়া তেঁওৰ লৰা তিৰোতাই বৰ দুখ পাব। মই মৰোঁ, তাতে একো হানি নাই, কিন্তু তেঁও জিয়াই থকাত বৰ কাৰ্জ আচে। বাদ্সাই এই সকল কথা সুনি আচৰিত হেন দেখি অবাক হৈ থাকিল। পাচে থিৰ কৰা দিন ওচৰ হলত সেই পুথিয়কক ফাঁহি দিবলৈ বন্দিসালৰ বাহিৰ কৰি অনালে। পুথিয়কেও আনন্দ মনেৰে মঞ্চত অৰ্থাত ফাঁহিৰ চাঙত উঠি মানুহবিলাকৰ আগত সঙ্কেত ৰুপে হাতেৰে টাৰবাৰ কৰি কব ধৰিলে, বোলে মই আগৈএ জি প্ৰাৰ্থনা কৰিচিলোঁ, কি জানি পৰম ইস্বৰে অনুগ্ৰহ কৰি সুনিলে। কিয়নো মই এনে ভাবিচোঁ, দামোন নাহিবলৈ ইস্বৰে তাৰ কোনো আপদ মিলাইচে। মোৰ মৰনৰ পিচে জদি তেঁও আহে, তেন্তে জিয়াই থাকিব, সেয়ে বৰ ভাল। এই সকলো কথা কৈ এঁটাওঁতেই দুবৈৰ পৰা এক সবদ হল, তেতিয়া সেই ফাঁহি দিয়া কিচু বেলিলৈ ৰখালে। তাৰ পাচে সেই দামোন অতিসই বেগেৰে আহি ঘোঁৰাৰ পৰা নামি সেই ফাঁহিৰ মঞ্চত সিন্ধে উঠি পুথিয়কক আলিঙ্গন দি কলে, বন্ধু হে পৰম ইস্বৰক অধিক প্ৰসংসা স্তুতি কৰোঁ, কিয়নো তেঁও তোমাক এনে ভয়ঙ্কৰ আপদত ৰখ্যা কৰিলে। পুথিয়কে দামোনকো সেই ৰূপ আলিঙ্গন দি বিমৰ্স হৈ কলে, হে বন্ধু, তুমি ইমান বিভত হৈ কিয় আহিচা? ইয়াত তোমাৰ সৰ্বনাস হে হব। এতিয়া মোৰ এনে অসন্তোস লাগিচে জে মই আপোনাৰ প্ৰান দিও তোমাৰ প্ৰান ৰখ্যা কৰিব নোআৰিলোঁ। ৰজাই এই সকলো কথা সুনি বৰ বিস্মই হল, আৰু তেঁওৰ হ্ৰিদইত মৰমো জন্মিল। পাচে তেঁও সিংহাসনৰ পৰা নামি সেই ফাঁহিৰ কাঠৰ ওচৰলৈ গৈ কলে, তোমোলাক দুই জনৰ জেনে মিত্তিৰ এনে মই কতো দেখা নাই। তোমোলাক জিয়াই থাকাইক; ধৰম আচে, আৰু ধৰম থাপনা কৰা এজন পৰম ইস্বৰো আচে, ইয়াক তোমোলাকে স্বৰূপ প্ৰমানি কৰিচা। তোমোলাকে জস মানেসৰে থাকি মোকো তোমোলাকৰ উত্তম বন্ধুৰ ভাগি কৰা।



---

## পৌল পাঁচনিৰ বিবৰন।

**Conversion of the Apostle Paul,—Concluded.**

অক্তোবৰ মাহৰ অৰুনোদইত জি পৌল পাঁচনিৰ বিবৰন চপা হৈচিল, সেই মাহত তাৰ সেস কথা দিবলৈ ঠাই নোহোআত এই মাহত দিয়া হৈচে।

এই ৰূপে প্ৰভুএ সেই দুষ্ট মানুহক তুলি আপোনাৰ মনোনিত আৰু স্বৰূপ সেৱক কৰি, তাৰ

জি হিংসা, ক্ৰোধ আৰু অসূয়া আছিল, তাক দমন কৰিলে। তাতে প্ৰভুৰ ধৰমক হিংসা কৰা সেই পৌলে কৰিন্থ মণ্ডলিলৈ লিখা পত্ৰত বুলিছিল, বোলে, মই জি যিচু খ্ৰিষ্টৰ সুভ বাত্ৰা তোমোলাকত কিৰ্ত্তন কৰিছোঁ, সেয়ে বিফল হৈ ষাব এয়ে ন হই, কিন্তু জিবিলাকে তাত বিশ্বাস কৰে, সিবিলাকৰ নিমিত্তে সক্তি; কিয়নো সেই বিশ্বাসৰ দোআৰাই কঠিন মন গুচাই ইশ্বৰলৈ মন কৰাই, আৰু আগেএ জি পাপক ভাল পাইছিল তেতিয়া তাকে ঘিন কৰে, তাতে মৰনৰ সময়তো আনন্দ জনমাই; এই বুলি তেঁও সিসাবিলাকক কৈছিল। তাৰ পাচে প্ৰভুত আপোনাৰ বিশ্বাস বাৰ্হি জেনেকৈ থিৰ হৈছিল, তাকে লিখিলে, বোলে, খ্ৰিষ্টৰ প্ৰেমৰ পৰা মোক কোনে বিজোগ কৰিব? কেলেস বা সোক, তাড়না বা অকাল, বিবস্ত্ৰ বা আপদ বা তৰোআল এইবিলাকে পাৰে নে? কেতিয়াও নোআৰে, কিয়নো আমাৰ প্ৰভু যিচু খ্ৰিষ্টৰ নিমিত্তে ইশ্বৰে আমাক জি প্ৰেম কৰে, তাৰ পৰা মৰন বা জিৱন, স্বৰগৰ দূত বা প্ৰধান ভুত, বৰ্ত্তমান বা ভবিস্যত কাৰ্জ বা সক্তিমন্ত লোক, ওপৰ বা তল আন কোনো সৃজা বস্তুএই আমাক খ্ৰিষ্টৰ প্ৰেমৰ পৰা বিজোগ কৰিব নোআৰে মোৰ এনে থিৰ বিশ্বাস আছে।

এতিয়া হে সকলো পঢ়ো লোক তোমোলাকে আপোন আপোন মনে বিবেচনা কৰি চোআ, মই এই জি পৌল পাঁচনিৰ কথা আদিৰ পৰা অন্তলৈকে কিছু কিছু লিখিলোঁ, সেয়ে কেনে অতি প্ৰমানিক কথা হই। অৰ্থাত খ্ৰিষ্টিয়ান সাস্ত্ৰ জে স্বৰূপ ইশ্বৰৰ পৰা হই, তাৰে এক প্ৰধান প্ৰমান; কিয়নো জি পৌলৰ কথা মই ওপৰত লিখিলোঁ, সি আগেএ খ্ৰিষ্টিয়ান ধৰমৰ মহা সক্ৰু আৰু হিংসক আছিল, কিন্তু পাচে লিখাত সি তেঁওৰ পৰম বিশ্বাসি আৰু প্ৰধান পাঁচনি হল, এয়ে কেনে মহাআচৰিত কৰম! তেন্তে সুনা, মই আৰু অলপ কথা সোধোঁ, এনে কৰম মানুহৰ পৰা হই নে ইশ্বৰৰ পৰা হই? ইশ্বৰৰ পৰা ন হলে কোনো ৰূপে মৰ্ত্ত্য লোকৰ পৰা হব নোআৰে, কিয়নো মানুহৰ জি অতি কঠিন মন তাক গুচাবলৈ মানুহৰ মাজত একো ঔসধ নাই, তেনে কঠিন আৰু সকলো হিংসাৰে পিৰিত হোআ জি মনৰ মহা ৰোগ, তাক ইশ্বৰেহে গুচাব পাৰে। আৰু জদি খ্ৰিষ্টিয়ান সাস্ত্ৰ ইশ্বৰৰ পৰা ন হই, তেন্তে কিয় ইশ্বৰে এনে কৰম কৰিলে? তথাপি আমি জানোঁ, মোৰ জি সক্ৰু, সি জদি মোৰ হিতৰ নিমিত্তে সাখি হই সেয়ে স্বৰূপ। এই ৰূপে জিবোৰ মানুহে খ্ৰিষ্টিয়ান সাস্ত্ৰৰ বিৰোধে কথা কই সেয়ে জদি মন পালটাই আৰু বিশ্বাস কৰি পাচে সেই সাস্ত্ৰৰ হিতৰ নিমিত্তে সত্য প্ৰমান দিএ, সেইবোৰেই স্বৰূপ প্ৰমান হই; আৰু সেয়ে জে সৰ্বসক্তিমন্ত ইশ্বৰৰ কৰম তাকো আমি জানোঁ; কিয়নো ভাল গচত বেয়া গুটি নে লাগে, আৰু বেয়া গচত ভাল গুটি কেতিয়াও লাগিব নোআৰে।

সৰ্ব্ব গুনে গুনাকৰ পৰম ইশ্বৰ,
নিৰাকাৰ ৰূপে আছে সক্তি ভয়ঙ্কৰ;
নাহি চখ্যু, নাহি কৰ্ন, নাহি হস্তাকাৰ
তথাচ কৰয় সৃজন পালন সংহাৰ।

জদি কোনো নৰ জাতি দ্ৰোহ আচৰই
তিলেকে তাহাক প্ৰভু সংহাৰ কৰই;
কিন্তু সৰ্ব্ব সহনিয় অতি খেমাবন্ত,
সে কাৰনে নিজ গুনে সহিয়া থাকন্ত।

আৰু জদি মনুস্যৰ হই গৰ্ব্ব মন,
তাকো কৰিবাক পাৰে নিমিসে দমন;
সৰ্ব্বসক্তিমান সৰ্ব্ব গুনৰ আধাৰ
এনে প্ৰভু সত্য নিৰঞ্জন নিৰাকাৰ । ম. দ

---

## পৰম ইশ্বৰে সৃষ্টি কৰাৰ কথা।

**Account of the Creation, and the Fall of Man,—Concluded.**

নানা সাস্ত্ৰত এই সৃষ্টি সৃজন কৰাৰ কথা লিখা আছে। কোনো মানুহে বোলে, পৃথিবিৰ সৃজা নাই, আপুনি হল; আৰু হিন্দু সাস্ত্ৰত হলে এনেকৈ লিখা আছে বোলে, নিৰাকাৰ ৰূপে জি জন পৰম ব্ৰহ্ম আছে, তেঁওৰ সৰিলৰ পৰা আৰু তিনি জনক বাহিৰ কৰিলে, ললাটৰ পৰা সিৱ, বুকুৰ পৰা বিষ্ণু, আৰু নাভিৰ পৰা ব্ৰহ্মা। এই তিনি জনক জেতিয়া ইশ্বৰে আপোন সৰিলৰ পৰা উত্পন্ন কৰিলে, তেতিয়া তিনিকো তিনটা কামত ভাৰ দিলে, ব্ৰহ্মাক সৃজিবলৈ বিষ্ণুক পালিবলৈ আৰু

সিৱক সংহাৰ কৰিবলৈ; তাতে সিবিলাক ভিন্নিও জনে এক এক ৰকমৰ ভাব পাই সেই ৰূপে কৰিব ধৰিলে। প্ৰথমতে হলে ঈশ্বৰে সিৱক মানুহ সৃজিবলৈ পঁাচিলে, তেতিয়া তেঁও আহি এই ৰূপে মানুহ সৃজিব ধৰিলে, কোনোবিলাকৰ দহ হাত দহ মুৰ, আন কোনোৰ তিনি চাৰি হাত ভৰি আৰু কোনোবিলাকৰ আন ৰূপ কৰি সৃজিলে তাৰ পাচে পৰম ব্ৰহ্মে দ্ৰিষ্টি কৰিলত অতি অসভ্য দেখিলে; তথাপি সিবিলাকক সংহাৰ ন কৰি সিৱৰ ভকত কৰিলে; সেই কাৰন প্ৰিথিবিত হিন্দু সাস্ত্ৰৰ মতে আগৰ কালত জিবোৰ অসুৰ আদি দানও দৈত্য আছিল সেইবোৰ সিৱৰ ভকত হৈ তেঁৱে সৈতে কৈলাসত বাস কৰে।

কিন্তু এই ৰকমৰ পাচত পৰম ব্ৰহ্মে মানুহ সৃজিবলৈ ব্ৰহ্মাক আদেস কৰাত ব্ৰহ্মাই প্ৰথমতে মানুহ সৃজিবলৈ ধৰি মাটিৰে সৈতে মানুহৰ আক্ৰিতি কৰিলে, কিন্তু তাৰ ভিতৰত জিৱ আত্মা দিব নোআৰিলে, পাচে ব্ৰহ্মাই মানুহক জিৱ দিবলৈ উপাই বিচাৰোঁতেই, বিষ্ণুএ পৰম ব্ৰহ্মৰ ওচৰলৈ গৈ ব্ৰহ্মাই ন জনাকৈ জিৱ আনি সেই মাটিৰ মুৰ্তিবোৰত সুমাই দিলত তেতিয়াই মুৰ্তিবোৰ উঠি লৰ চৰ কৰিব ধৰিলে। তাৰ পাচে ব্ৰহ্মাই আহি চাই দেখে মাটিৰ পুতলাবোৰে জিৱ পাই উঠি লৰি ফুৰিচে, তাতে এনে ৰকম কোনে কৰিলে বুলি ভাবিলত বিষ্ণুএ কৰা বুলি জানিলে, তেতিয়া সিবিলাকৰমাজত কন্দল লাগিল। তেতিয়াৰে পৰা আজিলৈকে বোলে, ব্ৰহ্মাই সৃজন কৰে, বিষ্ণুএ পালে, সিৱই সংহাৰ কৰি আছে। এই বুলি হিন্দু সাস্ত্ৰত লিখিচে; তাৰ বাহিৰে খ্ৰিষ্টিয়ান সাস্ত্ৰত আন ৰূপে লিখিচে, তাকে মই সকলো অনুক্ৰমে তলত লিখিচোঁ। এই দুই সাস্ত্ৰৰ কথা পাঠক সকলে বিবেচনা কৰিলে, কোন সাস্ত্ৰত-ৰূপ ওলাই, তাকে বিসেস ৰূপে জানিব পাৰে।

খ্ৰিষ্টিয়ান সাস্ত্ৰত এনেকৈ লিখা আছে। প্ৰথমে পৰম ঈশ্বৰে স্বৰগ আৰু প্ৰিথিবি নিৰ্মান কৰিলে, তাৰ পাচে ঈশ্বৰে বুলিলে, প্ৰিথিবিৰ ওপৰত পহৰ হওক, এই বাক্য কোআ মাত্ৰকে ঘোৰ অন্ধকাৰৰ পৰা পহৰ হল, তেতিয়া তেঁও পহৰ অন্ধাৰ দুয়োকো বেলেগ কৰি পহৰৰ নাম দিন, আৰু অন্ধাৰৰ নাম ৰাতি থলে; সেই কালত ৰাতি পুআ আৰু গধুলি হলত প্ৰথম দিন হল। তাৰ পাচে ঈশ্বৰে বুলিলে, পানিৰ মাজত সুইন হওক, আৰু সেই পানি এই পানিৰ পৰা বেলেগ কৰা হওক। তাতে ঈশ্বৰে সুইনক সৃজিলে আৰু সুইনৰ ওপৰত থকা পানিক, তলত থকা পানিৰ পৰা বেলেগ কৰাত সেই ৰূপ হল, তেতিয়া তেঁও সুইনৰ নাম আকাস থলে তাতে দুতিয় দিন গল। ত্ৰিতিয় দিনত ঈশ্বৰে সাগৰকে ভুমিকে প্ৰিথক কৰিলে; পাচে সুকান হোআ মাটিৰ নাম প্ৰিথিবি আৰু পানিৰ নাম সাগৰ থলে; তাৰ পাচে ত্ৰিন আদি কৰি সকলো জাতৰ ব্ৰিখ্য প্ৰিথিবিৰ ওপৰত গজালে। চতুৰ্থ দিনত প্ৰিথিবিত পহৰ প্ৰকাস কৰিবলৈ দুটা বৰ জোতি সৃজি আকাসৰ সুইনত ৰাখি থলে, তাৰে দিনৰ অধিকাৰ সুৰ্জ আৰু ৰাতিৰ অধিকাৰ চন্দ্ৰ, এই ৰূপে থিৰ কৰিলে। দুয়োবো ওপৰত ঈশ্বৰে দ্ৰিষ্টি কৰি উত্তম দেখিলে, আৰু ঈশ্বৰে গ্ৰহ আদি সকলো নক্ষত্ৰবোৰকো সৃজি আকাসৰ মাজৰ সুইনত ৰাখিলে। পঞ্চম দিনত আকাসে উৰিবলৈ চৰাইক, সাগৰত থাকিবলৈ জলৰ জন্তু নানা ৰূপে সৃজি সিবিলাকক আসিৰ্বাদ কৰি কলে, তোমোলাকে আকাস আৰু সাগৰক পৰিপুৰ্ন কৰা, পাচে সেই ৰূপ হল। সষ্ঠ দিনত প্ৰভু পৰম ঈশ্বৰে তেঁওৰ নিজ মুৰ্তিৰে অৰ্থাত ঈশ্বৰ জেনে নিস্পাপি সেই ৰূপে প্ৰিথিবিৰ পৰা ধুলি লৈ মানুহৰ পুতলা কৰি তাৰ নাকত জিৱনৰ নিস্বাস কৰ্হোআলে; তাতে মানুহৰ জিয়া প্ৰান হলত তাৰ নাম তেঁও আদম দিলে। তাৰ পাচে ঈশ্বৰে বুলিলে, মানুহ অকলেই নিবাস কৰা ভাল ন হই, এই হেতুক তাৰ লগ হবলৈ আৰু এটা মই সৃজোঁ। তাতে ঈশ্বৰে আদম আদি পুৰুসক ঘোৰ নিদ্ৰা অনালে, তেতিয়া নিদ্ৰা অহাত আদমৰ এটি কামি হাৰ উলিয়াই লৈ তাৰে সৈতে এজনি সুন্দৰি তিৰি সৃজি আদমৰ আগত ঈশ্বৰে আনি দিলে। পাচে আদমে সেই তিৰিলৈ চাই বুলিলে, এই মোৰ হাৰৰ পৰা ওপজা হাৰ আৰু মোৰ মঙহৰ পৰা ওপজা মঙহ, তাইৰ নাম নাৰি হব, কিয়নো তাই

নৰৰ পৰা জনম পোৱা; এই হেতুকে পুৰুসে আপোন পিত্রি মাত্রিৰ পৰা বেলেগ হব, আৰু আপোন তিৰিএ সৈতে থাকিব, আৰু সিহঁত দুয়ো একে দেহ হব। আৰু সেই সময়ত সেই দুজন তিৰি পুৰুস নাঙটা আছিল, কিন্তু লাজ নাই কিয়নো সিবিলাকৰ পাপ নাছিল।

এই চই দিনলৈকে ঈশ্বৰে প্রিথিবি, আৰু তাত থকা সকলো জন্তু সাগৰ, আৰু তাত নিবাস কৰা সকলো জন্তু, আকাস মণ্ডল, আৰু তাত থকা সকলোকে স্রিজি সপ্তম দিনত আটাই কৰমৰ পৰা বিস্রাম কৰি সেই দিনক আসির্বাদ কৰি পবিত্র কৰিলে, আৰু বুলিলে, এই দিনতে মানুহৰ সন্তানবিলাকেও সংসাৰিক কামৰ পৰা বিস্রাম কৰিব আৰু সেই দিনত প্রভু পৰম ঈশ্বৰৰ গুন কির্ত্তন কৰিব; সেই কাৰন জতে ঈশ্বৰৰ পৰম ভকতবিলাক আছে, সিবিলাকে আজিলৈকে সাত দিনৰ ভিতৰত এক দিন বিস্রাম কৰি সংসাৰৰ কাম কাজ ন কৰি প্রভুৰ গুন কির্ত্তন কৰে। কিন্তু জি সবে সেই দিনক অগ্রাজ্য কৰি আপোনাৰ কাম কৰি ধন বস্তু বিচাৰি থাকে সেইবিলাকক সক্তিমন্ত ঈশ্বৰে প্রতিফল দিব।

আৰু তাৰ পাচে ঈশ্বৰে প্রিথিবিৰ সকলো জিয়া জন্তুৰ ওপৰত আদমক অধিকাৰ পাতিলে, আৰু সকলো জন্তু, পহু, পখি, আদমৰ আগত দিয়াত আদমে সেইবোৰৰ নাম দিলে। পাচে ঈশ্বৰে সিবিলাক দুয়োকো আসির্বাদ কৰি কলে, তোমোলাকে প্রিথিবিত বাহিঁ বঙহ আৰু বহু প্রজা হোৱা আৰু প্রিথিবিক ভৰপুৰ কৰা। আৰু প্রভু পৰম ঈশ্বৰে পুব দিসে এদেন নামে প্রখ্যাত এখন সুন্দৰ বাৰি পাতিলে, সেই ঠাইতে আপুনি স্রিজা মানুহক থলে। তাতে জি জি গচ দেখিবলৈ চিকন, খাবলৈকো ভাল, সেই সকলো গচ বাৰিৰ মাজৰ মাটিৰ পৰা গজালে, আৰু বাৰিৰ মাজত থাকিবলৈ জিৱ দিওতা আৰু ভাল মন্দ জানিবলৈ গিয়ান জনমোৱা গচকো গজোৱালে। পাচে বাৰিত পানি দিবলৈ এদেনৰ পৰা এখান নদি ওলাল, তাৰে পৰা বেলেগ বেলেগ হৈ চাৰি নদি হল। প্রথম খনৰ নাম পিচোন, দুতিয় খনৰ নাম গিহোন, ত্রিতিয় নদিৰ নাম হিদেকেল, চতুর্থ নদিৰ নাম ফিৰাৎ। তেতিয়া ঈশ্বৰে [illegible] তিৰি পুৰুসক সেই বাৰিৰ ভিতৰত নিবাস দি সিবিলাকক এই আগ্যা দিলে বোলে, বাৰিৰ সকলো গচৰ গুটি তোমোলাকে অৱসো খাবা, কিন্তু ভাল বেয়া জানিবলৈ গিয়ান জনমোৱা গচৰ গুটি নে খাবা, কিয়নো জি দিনা তাক খাবা সেই দিনাই মৰিবা, অর্থাত নর্কি হব।

এই সকলো কৰমৰ পাচত চইতান অর্থাত মানুহৰ মনত কুবুধি দিয়াটোএ সর্পৰূপ ধৰি তিৰিৰ ওচৰলৈ আহি বুলিলে, ঈশ্বৰে তোমোলাকক বাৰিৰ মাজত থকা গিয়ান দিওতা গচৰ গুটি খাবলৈ নিসেধ কৰিচে হই নে? তাতে তিৰিএ সমিধান দি কলে, তাৰ গুটি খাবলৈ আমাক বাধা কৰিচে হই। তেতিয়া সাপে বুলিলে, হে তিৰি সুনা, ঈশ্বৰে তোমোলাকক এই গচৰ গুটি খাবলৈ কি কাৰনে নিসেধ কৰিচে তাক কঁও, তোমোলাকে জি দিনা তাৰ গুটি খাবা সেই দিনত ঈশ্বৰৰ নিচিনা তোমোলাকৰ গিয়ান হব, আৰু তোমোলাকে সকলো ভাল বেয়া জানিব পাৰিবা। এই ৰূপে অনেক কুবুধি দি চইতানে তিৰিৰ মন ভুলালে। পাচে তিৰিএ দেখিলে সেই গচৰ গুটি অতি সুন্দৰ আৰু খাবলৈকো ভাল, আৰু সজ গিয়ান পাবৰ নিমিত্তে তাক খাবলৈ বৰ ইচা কৰিলে, তেতিয়া তাই তাকে পাৰি খালে, আৰু আপোনাৰ স্বামিকো খুৱালে। সেই গচৰ গুটি খোৱাতে সিবিলাক



দুয়োৰো চকু মুকলি হল; আৰু তেতিয়া আপোনাকে নাঙটা বুলি জানি ডিমৰু গচৰ পাতৰ কাপৰ সি সিবিলাকে পিন্ধিলে। পাচে ঈশ্বৰে

সেই কৰম বানি গিৰিলাকে নিবাস কৰা সেই সুন্দৰ বাৰিলৈ আহি গিইভক মাত লগাই সুধিলে, হে আদম, তোমোলাক কত আচা? তেতিয়া সি কঁপি কঁপি উতৰ দি কলে, মই নাঙটা হোআৰ নিমিত্তে আপোনাৰ পৰা লুকাই আচোঁ। তাৰ পাচে প্ৰভুএ সুধিলে, তই নাঙটা বুলি তোক কোনে কলে, মই জি গচৰ গুটি খাবলৈ নিসেধ কৰিচিলোঁ, তই তাক খালি নে? তাতে আদমে বুলিলে, ময়ে সৈতে থাকিবলৈ আপুনি দিয়া তিবিএ সেই গচৰ গুটি মোক দিলে, আৰু মই তাক খালোঁ। পাচে ইশ্বৰে তিৰিকো সুধিলে, তই কিয় এনে কুকৰম কৰি মোৰ আগ্যা চন কৰিলি? তিৰিএ কলে, সাপে মোক অনেক ভুলালত মই খালোঁ। ন. ল.

এই কথাৰ সেস ডিচেম্বৰ অৰুনোদইত চাপা হব।

(To be Continued.)

---

ইশ্বৰলৈ প্ৰাৰ্থনা।

পিৰ্ত্ৰি প্ৰভু স্বৰ্গধাম,
হওক পুজনিয় তোমাৰ নাম,
বাৰ্হোক তোমাৰ ৰাজ্য অসেস,
ইচা পুৰ হওক দেসে দেস।

দিনে দিনে দি আহাৰ,
খেমা কৰা পাপ আমাৰ,
পৰিখাত্তো দিয়া গিয়ান,
দোসৰ পৰা কৰি ত্ৰান।
ৰাজ্য, প্ৰতাও, মহিমা জেন
সদাই তোমাৰ হওক, আমেন।



Almanac for December, 1847.

## ডিচেম্বৰ মাহৰ পঞ্জিকা।

খ্ৰিং অং ১৮৪৭। হিন্দু সংক ১৭৬৯।

| | ডিচেম্বৰ | আঘোন | সুৰ্য্যোদয় | সুৰ্য্যাস্ত | চন্দ্ৰ তিথি | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| বুধ | ১ | ১৬ | ৬।৩৬ | ৫।৩ | ২৩ | ০।৪৫ |
| ব্ৰিহস্পতি | ২ | ১৭ | ৬।৩৬ | ৫।৩ | ২৪ | ১।৩৫ |
| সুকুৰ | ৩ | ১৮ | ৬।৩৭ | ৫।৩ | ২৫ | ২।২৩ |
| সনি | ৪ | ১৯ | ৬।৩৮ | ৫।৩ | ২৬ | ৩।১৭ |
| দেও | ৫ | ২০ | ৬।৩৯ | ৫।৩ | ২৭ | ৪।২ |
| সোম | ৬ | ২১ | ৬।৩৯ | ৫।৩ | ২৮ | ৪।৫৩ |
| মঙ্গল | ৭ | ২২ | ৬।৪০ | ৫।৪ | ২৯ | চন্দ্ৰাস্ত |
| বুধ | ৮ | ২৩ | ৬।৪১ | ৫।৪ | ০ | ৫।৩৫ |
| ব্ৰিহস্পতি | ৯ | ২৪ | ৬।৪২ | ৫।৪ | ১ | ৬।২৭ |
| সুকুৰ | ১০ | ২৫ | ৬।৪২ | ৫।৪ | ২ | ৭।২২ |
| সনি | ১১ | ২৬ | ৬।৪৩ | ৫।৫ | ৩ | ৮।১৮ |
| দেও | ১২ | ২৭ | ৬।৪৩ | ৫।৫ | ৪ | ৯।১৬ |
| সোম | ১৩ | ২৮ | ৬।৪৩ | ৫।৫ | ৫ | ১০।১৪ |
| মঙ্গল | ১৪ | ২৯ | ৬।৪৪ | ৫।৫ | ৬ | ১১।১২ |
| | | পুহ | | | | |
| বুধ | ১৫ | ১ | ৬।৪৫ | ৫।৫ | ৭ | |
| ব্ৰিহস্পতি | ১৬ | ২ | ৬।৪৬ | ৫।৬ | ৮ | ০।১১ |
| সুকুৰ | ১৭ | ৩ | ৬।৪৬ | ৫।৬ | ৯ | ১।১০ |
| সনি | ১৮ | ৪ | ৬।৪৭ | ৫।৭ | ১০ | ২।১১ |
| দেও | ১৯ | ৫ | ৬।৪৮ | ৫।৮ | ১১ | ৩।১২ |
| সোম | ২০ | ৬ | ৬।৪৯ | ৫।৮ | ১২ | ৪।১৪ |
| মঙ্গল | ২১ | ৭ | ৬।৪৯ | ৫।৮ | ১৩ | চন্দ্ৰোদই |
| বুধ | ২২ | ৮ | ৬।৫০ | ৫।৯ | ১৪ | ৬।৮ |
| ব্ৰিহস্পতি | ২৩ | ৯ | ৬।৫০ | ৫।৯ | ১৫ | ৭।৫ |
| সুকুৰ | ২৪ | ১০ | ৬।৫১ | ৫।৯ | ১৬ | ৮।০ |
| সনি | ২৫ | ১১ | ৬।৫১ | ৫।১০ | ১৭ | ৮।৫০ |
| দেও | ২৬ | ১২ | ৬।৫২ | ৫।১০ | ১৮ | ৯।৪৬ |
| সোম | ২৭ | ১৩ | ৬।৫২ | ৫।১১ | ১৯ | ১০।১৭ |
| মঙ্গল | ২৮ | ১৪ | ৬।৫২ | ৫।১১ | ২০ | ১১।২৬ |
| বুধ | ২৯ | ১৫ | ৬।৫২ | ৫।১২ | ২১ | |
| ব্ৰিহস্পতি | ৩০ | ১৬ | ৬।৫৩ | ৫।১২ | ২২ | ০।১৫ |
| সুকুৰ | ৩১ | ১৭ | ৬।৫৩ | ৫।১২ | ২৩ | ১।৪ |

৮ দিনৰ পুআ ২।২৪ বজাত আমাবাস্যা।

২২ দিনৰ পুআ ৪।২ বজাত পৰ্নিমা।

# অৰুনোদই সম্বাদ পত্ৰ।

দুতিয় চোঅা। মোং সিৱসাগৰ, ডিচেম্বৰ ১৮৪৭ খ্রিষ্ট অং সঁক। নম্বৰ ১২।

VOL. II. SIBSAGOR, ASAM, DECEMBER', 1847. NO. 12.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

অক্তোবৰ মাহত গোৰখপুৰ জিলাত বৰ ঢল পানি আহি অনেক ঠাই বুৰাই ২২,০০০ ঘৰ নষ্ট কৰি গল।

আগষ্ট মাহত বিলাইতৰ অনেক সদাগৰ ধাৰ বাহি হৈ ২,০০,০০,০০০ দুই কোটি ৰুপৰ ধৰুআ হৈ ভাগিল। পাচে কলিকতাত এই বাত্ৰা পাই তাতো ১০।১২ ঘৰ সদাগৰ লোকৃচন পৰি ভাগিল।

দুঙ্গৰ চিঙ্গ নামে জি এজন ডকাইত ঠায়ে ঠায়ে অনেক বস্তু লুট কৰিলে, সি ধৰা পৰিল। তাতে ফাঁচি দিব বুলি জানি আপোন ঘাত্তি হবলৈ ধৰিচিল, কিন্তু ঘা মাধোন লাগিল, কটা ন গল।

চেপ্তেম্বৰ ৩০ তাৰিখত সিন্ধু দেসৰ ৮০০ বুগ্তি ডাকাইত পৰ্বতৰ পৰা নামি গাঁৱলিয়াবোৰৰ বস্তু ডকা দি নিবলৈ ধৰাত কাপ্তান মেৰ্‌এৰ সাহাবে ১৩৩ চিপাহিএ সৈতে সিইঁতক যুধ কৰি ৬০০ মান মানুহক মাৰিলত জিবোৰ সেস থাকিল সিইঁতে অস্ত্ৰ সস্ত্ৰ সোধাই সৰনাগত হল। কম্পানিৰ সেনা এজন মাধোন মৰিল; ন জনৰ ঘা লাগিল।

খেহ দেসৰ নিংপো নগৰত থকা লৌৰি নামে এজন আমেৰিকান পাদুৰি সাহাবে নাৱত জাত্ৰা কৰোঁতে কোনো ডকাইতবিলাক আহি তেঁওৰ আটাই বস্তু লুট কৰিলে আৰু পাদুৰি সাহাবক পানিত পেলাই মাৰিলে।

জৰ্মানি দেসৰ ফ্ৰাঙ্কফৰ্ত নগৰত ৮ অক্তোবৰ তাৰিখত ঘোঁৰাৰ মঙ্গহ খাবৰ নিমিত্তে বৰ ভোজ পাত্তি ১৬০ মানুহ মেজত বহিল।

গ্রিক দেসৰ কোনো কোনোএ ৰাজ দ্ৰোহ কৰি গ্রিজিয়ত্তি নামে এজন সেনাপত্তিৰ তলে দল পাত্তি ১৮ আৰু ২০ আগষ্টৰ তাৰিখত ৰাজ সেনাৰে সৈতে জুদ কৰি হাৰিল। দুয়ো ফালৰ যুঠে মৰা খুন হোআ ৪০০ মান হৈচিল। গ্রিজিয়ত্তি সেনাপত্তিৰ এখন হাত কটা গল। পাচে দ্ৰোহিবোৰ পলাই পৰ্বতলৈ গুচি গল।

ক্লিয়পাত্ৰা নামে এখান ডাপ জাহাজত ২০০ মান কইদি লোক চিঙ্গাপুৰলৈ নিবৰ নিমিত্তে ১৪ এপ্ৰিল তাৰিখত বম্বাই নগৰ এৰিলে, আৰু সেই কালৰে পৰা তাৰ একো কথা বাত্ৰা সুনা ন গল। এই হেতুকে সকলো মানুহে জানিচে, সেই জাহাজ সাগৰত বুৰি তাত জোআ আটাইবিলাক মৰিব পাই।

ৰোম নগৰৰ মানুহবিলাক কাঠ ফুলা খাবৰ নিমিত্তে পোহাৰিএ এবচৰৰ ভিতৰত ১৭৫০ মোন কাঠ ফুলা বেচি বহু ধন পাই।

যিৰুচালম নগৰত ইংৰাজি ৰাজ ধৰমৰ বৰ পাদুৰি এজনে গিৰ্জা ঘৰ সাজিবলৈ ধৰিচে। যিৰুচালম নগৰৰ নকৃচা তলত আচে।



The City of Jerusalem.

নবোৱেই দেসৰ সাগৰৰ দাঁতিত হেম্‌চিঙ্গার্দ গাঁৱৰ ওপৰত পৰ্ব্বতৰ হাউলি থকা জি বৰ সিল, ১১ চেপ্তেম্বৰত সেই সিল পৰি গাঁৱৰ ৩৪ খন ঘৰ ভাঙ্গি তাত থকা ২৩০ জন মানুহ ঢাকি মাৰিলে। সেই গাঁৱৰ মানুহ ১৩ টা মাথোন জিয়াই থাকিল।

ইংৰাজি দেসৰ হল নগৰৰ কাম্ভন নামে এখান জাহাজ ৩০০ জাত্রি লোকে সৈতে সাগৰ পাৰ হবলৈ ধৰাত ২১ আগষ্টত ধমুহা বতাহৰ দোআৰাই ভাগি গৈ সকলো মৰিল।

লঙ্কা উপদিপৰ কান্দি নগৰত এটা বধ কৰা মানুহক কাঁচি দিওতে জৰি চিগি সি মাটিত পৰিল। পাচে নকৈ জোল লগালত আকও জৰি চিগিল। তেতিয়া সেই মানুহক এৰি দি কাঁচি নি দিলে।

দিনাজপুৰত ৬০ বা ৭০ বচৰ এইমান বয়সিয়া এটা ঘোঁৰা মিত্যু হল।

পাৰ্চি দেসত জোআ বচৰত মাউৰ লাগি বহু মানুহ মৰিল; এতিয়া পচিমলৈ সেই মাউৰ বৈ গৈ কচিয়া দেস পালে। তাতে ঠায়ে ঠায়ে ভালেমান মৰিচে।

কচিয়া দেসৰ আৰ্কেঞ্জেল নগৰত জুই লাগি ৬০০ ঘৰ পুৰিলে।

জেমেকা মাৰ্কুলিত ৰিকিত নামে এজন আফ্রিকান কলা মানুহ ১৪২ বচৰ বয়সিয়া হৈ মিত্যু হল।

আমেৰিকা দেসৰ চিনচিনাতি নগৰত তিনি থাপ ওখকৈ লোহাৰ ঘৰ গোটা চাৰেক সাজিবলৈ ধৰিচে।

জোআ বচৰৰ ভিতৰত বষ্টন নগৰৰ মানুহে দুখিয়াকে আদি কৰি দান কৰা ধন ৪৫,৪৫,৯৮০ টকা হৈছিল; আৰু লৰাক পৰ্হাবলৈ পৰ্হ্ন সিবিলাকৰ খৰচ ৪৫,৬২,৬১৪ টকা।

আগষ্ট ২০ তাৰিখত মেকচিকো নগৰৰ ৩। ৪ ঠাঁৱৰ ভিতৰত চৰবস্কো গাঁৱত আমেৰিকাৰ ৭০০০ সেনাই মেকচিকোৰ ৩২০০০ সেনাক জুধ কৰি দুই ঘণ্টাৰ মুৰত পৰাজই কৰিলে। মৰা খুন হোআ আমেৰিকাৰ হানি ১০০০ এহেজাৰ হৈছিল; মেকচিকোৰ ৫০০০ পাঁচ হেজাৰ।

আমেৰিকা দেসৰ সম্বদ পত্র কৈচে, সেই দেসৰ বিলাকৃক্কিন অৰ্থাত কলাচাল নামে এজন আদিবাসি নগা বৰ লোক ১০০ বচৰ বয়স হৈ মিত্যু হল।

৮ চেপ্তেম্বৰত জেনৰল স্কট সাহাবে সৈন্যে সৈতে মেকচিকো ৰাজ নগৰ পাই কোঁঠ লবলৈ জুধ কৰিব ধৰিলে। পাচে বল কৰি কৰি আমেৰিকা লোকে জিনি নগৰ ললে। আমেৰিকাৰ হানি মৰা খুন হোআ ১৭০০; মেকচিকোৰ হানি আন্দাজে চাৰি পাঁচ হেজাৰ। মেকচিকোৰ জেনৰল ব্ৰাবো সেনাপতি মৰিল; চান্তিয়ানা প্ৰধান সেনাপতিও খুন হল।



আমেৰিকান সেনাপতি জেনৰল স্কট সাহাব।
General Winfield Scott.

লণ্ডন নগৰত প্ৰথম এপ্ৰিল তাৰিখে হলদৰ নামে এজনি তিৰিএ দুই জন লৰা আৰু দুই জনি ছোআলি একে দিনাই ওপজালে।

আমেৰিকাৰ বফলো নগৰত এজন মানুহে বাতি সাৰ পাই মেজৰ পৰা দৰৰ লওঁ বুলি চাকিৰ পহৰ নো হোআত হাতেৰে খেপিয়াই খেপিয়াই বিচাৰোঁতে মানুহৰ হাত এখন পাই চোৰৰ

হাত বুলি জানি তাক টানকৈ মুঠি মাৰি ধৰি বা খিলে, আৰু এটাহ পাৰি চোৰ চোৰ বুলি বিস্রিয়ালে। তাতে ঘৰত থকাবিলাকে শুনি সাৰ পাই চাকি লৈ সেই খোটালিলৈ আহিলত সেই মানুহটে আপোনাৰ বাঁও হাত খনকে টানকৈ ধৰি থকা দেখিলে। সি টোপনিতে হাতৰ ওপৰত সুলে দেখি বৰকৈ জিন জিননি ধৰি হাত ঠেৰেঙ্গা হল, সেই কাৰনে কাবোৰাৰ হাত কেন বুজ পালে, কিন্তু কি হল সকলোএ জানি পাৰে মানে হাঁহিলে।

খেহ দেসৰ কাম্ভন নগৰত আগৈ বহু দিন থকা ফিৰন নামে একজন সাহাবে খেহৰ ভাসা সিকাবলৈ লণ্ডন নগৰত কিংচ কলিজ নামে এক প্রধান স্কুলৰ অধ্যাপক বাৰ পালে।

জেতিয়া কথা কব লাগে কবলৈ সাহিয়াল হোআ, আৰু জেতিয়া কব লগিয়া নাই তেতিয়া মনে মনে থাকিবলৈ সাহিয়াল হোআ।

---

## বিবাহ নোহোআকৈ চোআলি অনা।

"এই অসম দেসত হিন্দু মানুহে বিয়া ন কৰোআকৈ প্রাই অধিকে চোআলি আনে, তাতে দুষ্ট মানুহবোৰে সকলে পৰা চোআলি দিম বুলি অনেক দ্রব্য বস্তু খাই, পাচে দিবৰ সময়ত আনে কিছু অধিক দিম বুলিলে পুর্বে খোআ লোআ খনি মিচা মাতি মকৈ খোজাটালৈ দিএ, সেই কাৰন চোআলিৰ পৰা গোচৰ লাগি ধন ভৰি খেতি বাতিৰ দনা পৰি মানুহবোৰ বৰ দুখিয়া হই, আৰু মিচা কথা কোআ বাবে পৰকালতো নৰকলৈ জাই, এতেকে সকলো মানুহে পাপলৈ ইচা ন কৰি স্বৰূপ কথা কলে অতি ভাল হলহেঁতেন। আৰু দেসৰ ভাল মানুহ সকলে এইবোৰ কথা ন জনা, মানুহক ভালকৈ বুজাব লগা থাকে। কেতবোৰ ভাল মানুহেও এইবোৰ কথা নুবুজি, চহাৰ দৰে চোআলি আনি, তিনটা চাইটা লৰা হলে সেই লৰা চোআলি বিয়া দিবৰ নিমিত্তে জে গা সুধ হঁও বুলি বিয়া হই, এইটো কথা বৰ বিসম, এনে কথা কোনো দেসত কৰিব নে পাই আৰু কোনো সাস্ত্রতো পোআ নাই।" এই কথা অৰুনোদইত চাপিবলৈ অসমিয়া প্রধান লোক একজনে লিখিলে।

## প্রিথিবিৰ আকর্সনৰ বিসইতে দুইজনৰ কথোপকথন।

Dialogue. Attraction of the Earth.

গোপালে সুধিলে। বৃখ্যৰ পৰা কি কাৰনে ফল পৰে?

কালিদাসে কলে। ইংলণ্ডৰ মহা গিয়ানবন্ত নউতন নামে এক সাহাবে বৃখ্যৰ পৰা গুটি পৰিবৰ দেখি, অনেক অনেক বিচাৰৰ দোআৰাই প্রিথিবিৰ স্বৰূপ মত থিৰ কৰিলে, ইয়াক মই সুনিলোঁ।

গোপালে। গচৰ গুটি পৰাত কি অদ্ভুত?

কালিদাসে। ইয়াতে একো অদ্ভুত নাচিল, কিন্তু তেঁও দেখি ভাবিবলৈ ধৰিলে।

গো। তেঁও নো কি ভাবিচিলে?

কা। কি কাৰনে গুটি মাটিত পৰিল ইয়াকে ভাবিচিলে।

গো। অহ মই তাক কব পাৰোঁ। তালৰ পৰ এৰন পাই, থাকিবৰ ঠাই নে পালে।

কা। এনে হলে কি?

গো। এনেকুআ হলে অনুপাই হৈ পৰে।

কা। পৰাৰ আৰম্ভক কি?

গো। বৰ নোআৰিলে।

কা। কি কাৰনে বৰ নোআৰিলে?

গো। মই কব নোআৰোঁ; এয়ে টান কথা, তাক ধৰি ৰখাবৰ একো বস্তু নাচিল।

কা। জদি ৰখাৰ বস্তু নাচিল, তেনে হলে কি, ৰস্য মাটিত পৰিব নে?

গো। অৱস্যে।

কা। গুটি জিয়া নে মৰা?

গো। অৱস্যে মৰা।

কা। মৰা বস্তু আপুনি চলিব পাৰে নে?

গো। মই বুজিব নোআৰোঁ। কিন্তু সেই গুটি পৰিলত বোধ হই, অন্যৰ সক্তিৰে পৰে।

কা। এয়ে ঠিক হই। সেই গুটিৰ বাহিৰে অন্যৰ সক্তি তাৰ ওপৰে আছি তাক পেলাই, এনে ন হলে সেই ঠাইতে সৰি, তাতে থাকিলহেঁতেন।

গো। এয়ে কেনেকৈ হব পাৰে?

কা। অৱস্যে হব। তাৰ চলনৰ কেৱলে দুটা

উপাই আছে, আপোনাৰ বলেৰে নাইবা আন কোনো বলেৰে চলে। আপোনাৰ বলেৰে চলিব নোআৰে, তেনে হলে কাৰ বলেৰে চলিল, নিউ-তন সাহাবৰ এই ভাবনা হল।

গো। কিন্তু গচৰ ফলৰ বাহিৰে আন আন বস্তুৰ ওপৰত ৰাখিবৰ সক্তি নে থাকিলে মাটিত পৰে।

কা। স্বৰূপ, কিন্তু সকলো বস্তু পৰাৰ অন্যো কিছু কাৰন আছে।

গো। সেয়ে নো কি?

কা। প্রিথিবিত বাজি জি বস্তু আছে, সি জদি আপুনি চলিব নোআৰে, তেন্তে প্রিথিবিত পৰাৰ কাৰন এই, প্রিথিবিএ তাক টানি আনে।

গো। কিন্তু প্রিথিবিৰ জিব নাই কিয়া; সি কেনেকৈ টানিব পাৰে?

কা। নিউতন সাহাবে অনেক বেলিলৈকে ভাবি এই কথা থিৰ কৰিলে; জে সকলো বস্তু সৰু বৰ অনুসাৰে ইয়ে সিয়ে আকৰ্সন কৰে। সকলো বস্তুৰ এই গুন আছে প্রিথিবিও অতিসই বৰ এটা বস্তু, আমাৰ ওচৰত এনে বৰ আন কোনো বস্তু নাই, এই কাৰনে প্রিথিবিএ চাৰিও ফালে থকা সৰু সৰু বস্তুক আপোনাৰ গালৈ টানে। জেতিয়া প্রিথিবিৰ পৰা কোনো বস্তু তোলা জাই, তাক আকৰ্সনৰ বিৰোধে তোলা হই, এই কাৰনে তুলিবলৈ গধুৰ লাগে। সেই বস্তু জদি অতি ডাঙৰ হই, তেন্তে প্রিথিবিৰ অধিক আকৰ্সনৰ কাৰনে অধিক গধুৰ লাগে। সেই আকৰ্সন সামান্য ৰূপে কোআ হুই কৰি গধুৰক বোলে। প্রিথিবিৰ সেই আকৰ্সনৰ গুনৰ দোআৰাই ওপৰলৈ দলিওআ সিল নাইবা আন আন গধুৰ বস্তু প্রিথিবিলৈ পৰে। সেই গুন ন হলে ওপৰলৈ সদাই গৈ গৈ থাকিলহেঁতেন। আমিও প্রিথিবিৰ পৰা উটি পৰি পৰি থাকিলোঁহেঁতেন। প্রিথিবিত থকা মানুহ, গচ, নগৰ, সাগৰৰ পানিকে আদি কৰি সকলোএ থহি পৰিলহেঁতেন। তেনে হলে প্রিথিবিৰ আকৰ্সনৰ গুন, মানুহলৈ কিমান উপকাৰ হই। জোৰ.





লঙ্গ গচ।

The Clove Tree.

ইন্দিয়া সাগৰত থকা মোলোকা নামে মাজুলিবোৰত লঙ্গ গচ অধিক আছে, কিন্তু ফ্রাঞ্চ দেসৰ মাজুলিবোৰত, আৰু দখিন আমেৰিকাতো পোআ জাই। জেতিয়া গচে ফুলৰ কলি মেলে তেতিয়া মানুহে ফুলিবলৈ নি দিয়াকৈ গচৰ তলত কাপৰ পাৰি, বাহেঁৰে গচত কুবাই ডালবোৰত হাকুতি লগাই জোকাৰি সৰাই, আৰু কেতিয়াবা হাতেৰেও চিঙ্গি আনে, আৰু কাঠ খৰিৰ ধুঁআৰ ওপৰত দিন চাৰেক মেলি থই, পাচে তাৰ পৰা আনি ৰদত ভালকৈ সুকুআই, তেতিয়াহে লঙ্গ পেৰাত ভৰাই সামৰি থবলৈ ভাল হই। অক্টোবৰৰ পৰা ফেব্রুআৰি মাহলৈকে লঙ্গ গচৰ পৰা কলিবোৰ চিঙ্গে। লঙ্গৰ অতি সুগন্ধ আৰু চাকি চালে মুখত অলপ তিতা আৰু জলা পাই।

নৌ সুকাওঁতে লঙ্গৰ বৰন অলপ ৰঙা, কিন্তু সুকুআত কিছু কলা বৰনিয়া হই। জেতিয়া কেঁচাই থাকে তেতিয়া চেপিলে অতি চোকা তেল ওলাই আৰু সেই তেল দৰবলৈ অনেক কামলৈ ভাল।



## সাপ মেলা জুগিৰ নক্চা।

Serpent Charmers.

বঙ্গাল আৰু আন দেসবোৰতো সাপ মেলা জুগি আচে। সিহঁতে সাপবোৰ সজাত ভৰাই গাঁৱে গাঁৱে নচুআই ফুৰে। কেতিয়াবা এনে বৰ খিন লগা জি সাপ সেইবোৰকে গাত, ডিঙ্গিত আৰু হাতত মেৰাই লৈ সিহঁতে জোকাই, খঙ্গ তোলাই, পাচে সাপবোৰে সিহঁতক কামোৰে, কিন্তু ডাইল সাপৰ হলে তাৰ বিস দাঁত আগেএ কাৰ্হি পেলাই দেখি কামুৰিলেও মানুহ ন মৰে।

সুৰ মুনিবলৈ সাপবোৰে অতি বৰ ভাল পাই আৰু ঢোল, তাল, বাঁহি আদি বাজনাবোৰ বজাই সাপবোৰক অলপ সিকালেই নাচে, কেতিয়াবা গিত গোআত আৰু কেতিয়াবা কথা সুনিও মানে, কলিকতাত আৰু আন ঠাইত জেতিয়া ঘৰ বা বাগিচাবোৰত সাপ থাকে তেতিয়া মানুহবোৰে সেই জুগিক মাতে, সিহঁতে গৈ, পেপা, বাজনা আদি বজাই গিত গালে সাপবোৰে সুনি গাঁতৰ পৰা ওলাই, তেতিয়া জুগিএ চল চাই অতি বেগে জাপ মাৰি সাপৰ ডিঙ্গিত ধৰি বিসৰ দাঁত কাৰ্হি পেলাই সজাৰ ভিতৰত জাতি সাপৰ লগত ভৰাই থই, তথাপি কেতিয়াবা ডাইল সাপক ধৰোঁতে জুগিকো কামোৰে তেতিয়া মৰে।

সাপৰ জাত ৩০০ তিনি সতকৈ অধিক বুজা জাই, সিহঁতৰ মাজত পাঁচ ভাগ কৰিলে এভাগৰো কিচু কমহে ডাইল সাপ আচে। সেইবোৰৰ মাজত জদি মানুহক কামোৰে তেন্তে বেগতে বিস লাগি মৰে।

ৰবৰ্ট নামে এজন সাহাবে এক কিতাপত লিখিচে এজন জুগিএ এক সাহাবৰ ঘৰলৈ গৈ তাৰ জাতি সাপ মেলি নচুআবলৈ ধৰাত, তাক কলে বোলে, এটা অতি দাইল সাপ সেই সজাত আচে তাক জাতি কৰিব পাৰা নে? সি বুলিলে পাৰোঁ। তেতিয়া সেই সাপটক মুকলি কৈ এৰি দিলে। পাচে জুগিএ কিবা মন্ত্র পর্হি কৰলৈ ধৰিলে, কিন্তু সাপে তাৰ হাতত ধৰি কামুৰিলে আৰু গধুলি নৌ হোঁওতেই সেই জুগি মৰিল।

---

## লোভৰ ফল।

Fruits of Covetousness

এক গিৰিহঁতৰ ঘৰলৈ এজন কপটিয়া সন্যাসি আহি কলে বোলে, মই ৰূপক সোন কৰিব পাৰোঁ। এই কথাৰ পৰিখা চাবৰ নিমিত্তে গিৰিহঁ-

তে এটকা ৰুপ সোন কৰিবলৈ তাক দিলে। সন্যাসিএ মন্ত্ৰ পঢ়ি জাৰোঁ বুলি এক নিৰ্জান ঘৰত সোমাল কিচুমান বেলিৰ পাচত বাহিৰ ওলাই ৰুপ টকা আপুনি ৰাখি তাৰ লগত থকা মুহৰ এটকা গিৰিইতক দিলে। তাকে দেখি গিৰিইতে বিস্মই মানি সন্যাসিৰ ঠগ বাজি বুজিব নোৱাৰি বিশ্বাস কৰিলে, আৰু ঘৰৰ সকল পৰিয়ালে অতিসই মান আৰু মৰ্জদা কৰি তাক সেৱা ভক্তি কৰিব ধৰিলে; আৰু কলে বোলে, আমাৰ ৰুপ আৰু অলঙ্কাৰ জিমান আচে, আপুনি অনুগ্ৰহ কৰি তাকো সোন কৰি দিওক। সন্যাসিএ কলে, তেন্তে কোনো লোক নোজোৱা এনে এক নিৰ্জান ঘৰ মোক দিয়া তাতে ওৰে ৰাতি জগি থাকি মন্ত্ৰ জপ কৰিব লাগিব। তেতিয়া গিৰিইতে মনত আনন্দ পাই দিম বুলি সন্যাসিক এক নিৰ্জান ঘৰৰ ভিতৰলৈ মাতি নি ৰুপৰ অলঙ্কাৰ আদি তাৰ হাতত সোধাই দিলে, আৰু তাৰ পুজাৰ সকলো বস্তু আয়োজন কৰি দি তাৰ পৰা সেই গিৰিইত গুচি আহিল। পাচে সন্যাসিএ গিৰিইতৰ মন ভাল কৰিবৰ নিমিত্তে বেলিএ বেলিএ কোসা কোসি আৰু ঘণ্টা বজাবলৈ ধৰিলে। পাচে গিৰিইতে তাকে সুনি ৰৰকৈ বিশ্বাস কৰি নিচিন্তা মনে টোপনি গলত সন্যাসিএ পুঁঅতি নিসা অলঙ্কাৰ আদি সকলো ধনি লৈ ঘৰৰ পৰা পলাই গল। ৰাতি পুৱা গিৰিইতে তাকে জানি সন্যাসিএ ভাঁৰি ভাৱনা দি সকলো খিনি নিলে দেখি মনত বেজাৰ পাই হাঁহাকাৰ কৰি কান্দিব ধৰিলে।

---

## পৰম ইশ্বৰে সিৃষ্টি কৰাৰ কথা।

of the Creation, and the Fall of Man,—Concluded.

পাচে ইশ্বৰে সাপক বুলিলে, তই এনেকুৱা কৰাৰ কাৰণে সদৌ জন্তু, আৰু সদৌ বন পহুতকৈ সাপগ্ৰস্ত হৈ পেটেৰে বাট বুলিবি, আৰু তোৰ আয়ুসৰ সকলো দিনত ধুলি খাবি, আৰু মই তোৰে তিৰিৰে মাজত, আৰু তোৰে তিৰিৰে বংসৰ মাজত দন্দ লগাম, তাইৰ বংসে তোৰ মুৰ গচকি চেপেটা কৰিব, কিন্তু তই তাৰ গোৰোআত কামুৰিবি। আৰু প্ৰভু পৰম ইশ্বৰে তিৰি[illegible] বুলিলে, তোৰ গৰ্ব্ভ হোৱাৰ কালত তোৰ দুখ মই অতিসই বঢ়াম, তই দুখত লৰা প্ৰসও কৰিবি; আৰু তোৰ ইচা তোৰ স্বামিৰ তল হব, সি তোৰ ওপৰত অধিকাৰ হব। পাচে তেঁও আদমক বুলিলে, মই জি গচৰ গুটি নে খাবি বুলি তোক নিসেধ কৰিলোঁ, তই আপোনাৰ তিৰিৰ কথা সুনি তাক খোৱাত তোৰ কাৰন প্ৰিথিবি অৰ্থাত সকলো প্ৰানিৰ ওপৰত ইশ্বৰৰ মহা কোপ আৰু সাপ হৈচে; সেই হেতুক তই আপোনাৰ সকলো আয়ুসত অতি দুখে খাবি, কাঁইট আদি সকলো বস্তু তোৰ অহিতে উপজিব, আৰু তই মাটিলৈ উভতি নে জাৱ মানে আপোনাৰ মুখৰ ঘাম ওলালেহে খাবলৈ পাবি, আৰু তই ধুলি আচিলি, পুনৰাই ধুলিলৈ উভতি জাবি, অৰ্থাত মিৃত্যু হবি। তাৰ পাচে আদমে তিৰিৰ নাম হেৱা অৰ্থাত জিৱ থলে, কিয়নো তাই সকলো জিয়া প্ৰানিৰ মাত্ৰি। তেতিয়া ইশ্বৰে আদমলৈ আৰু তাৰ ভাৰ্জালৈ জন্তুৰ চালৰ কাপৰ কৰি সিঁতক পিন্ধলে; আৰু তাৰ পাচে সিবিলাক দুয়োকো সেই সুন্দৰ উদ্যানৰ পৰা খেদাই প্ৰিথিবিৰ কোনো দিসত নিবাস কৰিবলৈ আদেস কৰিলে।

এই ৰুপে আদি পিত্ৰি মাত্ৰিৰ দোৱাৰাই পুৰ্বতে সংসাৰত পাপ প্ৰবেস হল, আৰু পাপৰ দোৱাৰাই মিৃত্যু, সাপ, ক্ৰোধ, দুখ, ক্লেস এই সকলো উপগত হল। জদি সিবিলাকে পাপ ন কৰা হলে মিৃত্যু দুখ আদি ন হৈ অজৰ অমৰ আৰু অতি সুখৱন্ত নিষ্পাপি হলহৈঁতেন, কিন্তু হাই হাই, সিবিলাকৰ কাৰনে সকলো প্ৰিথিবিত পাপে প্ৰবেস কৰি মানুহৰ সন্তানবিলাকক নৰকৰ পথত লৈ গল। আৰু তাতে সিবিলাক সকলো কুকৰমেৰে পৰিপুৰ্ন হৈ দিনে ৰাতিএ মিচা, বেস্যা, চোৰ, ক্ৰোধ, লোভ, মোহ, দেও পুজা, ইশ্বৰক আৰু পিত্ৰি মাত্ৰিক নমনা, নিৰ্দয়া, খিয়াল হিংসা ৰঞ্চিত, গৰ্ব অহঙ্কাৰ এই সকলোৰে পুৰ হৈ মহা পাপি দুৰাচাৰ, আৰু ইশ্বৰৰ আগত অতি ঘিনক্ৰিত বস্তু হল; সেই কাৰন সিবিলাকে আপোন আপোন কৰমৰ ফলেৰে অনেক জাতনা ভুগিছে, আৰু আগলৈকো অনন্ত নৰক ভুগিব।

তথাপি জি জন দয়ালু প্ৰেমাৱন্ত প্ৰভু পৰম ইশ্বৰ, তেঁও মানুহক এনে দুষ্ট পাপি দেখিও আপোন নিজ গুনলৈ চাই মহা পৰিত্ৰান কৰিবলৈ আদি তিৰি পুৰুসৰ আগত অঙ্গিকাৰ কৰিলে; আৰু জি জনৰ দোআৰাই পৰিত্ৰান হব পাৰে, এনে জনক সৃজনৰ আগৰে পৰা নিয়োজন কৰি থলে। জেন তেঁওতে জি জনে বিশ্বাস কৰি ইশ্বৰত আৰাধনা কৰে, সিএ পৰিত্ৰান পাব। সেই নিয়োজন কৰা জনৰ কথা ওপৰত এই ৰূপে ইশ্বৰে সৰ্পক অৰ্থাত চইতান পাপ পুৰুসক বুলিচে, মই তোৰে তিৰিৰে মাজত আৰু তোৰে তিৰিৰে বংসহৰ মাজত দন্দ লগাম; তিৰিৰ বংসহে তোৰ মুৰ গচকি চেপেটা কৰিব, আৰু তই তাৰ গেৰোআত কামুৰিবি, অৰ্থাত সাপে মানুহক ভৰিতহে কামুৰিব; কিন্তু জি জন তিৰিৰ বংসহত পৰিত্ৰান কৰিবলৈ জনমিব তেঁও তাৰ মুৰ গচকি ভাঙ্গিব; অৰ্থাত জেতিয়া প্ৰভু য়িচু খ্ৰিষ্ট মানুহৰ অৱতাৰ হব তেতিয়া তেঁও আপুনি পাপিৰ কাৰন প্ৰান দান দি পৰিত্ৰান দিব, আৰু সেই কালত চইতান ভুত ৰজাক জিনি তাৰ মুৰ ভাঙ্গি পাপিবোৰক তাৰ পাপ সিকলিৰ পৰা মুকুত কৰিব। এই অঙ্গিকাৰ পৰম ইশ্বৰে আদিতে কৰিচিল, আৰু সেই ৰূপে আমাৰ প্ৰভু মানুহৰ দেহ ধৰি পাপি লোকলৈ পৰিত্ৰানৰ পথ দিলে। তেঁওতে জিবিলাকে বিশ্বাস কৰে সি নষ্ট নহৈ অনন্ত পৰম আয়ুস পাব, কিন্তু জিবিলাকে ইশ্বৰে নিয়োজন কৰা জনত বিশ্বাস ন কৰে সিবিলাকে ইশ্বৰৰ জলন্ত ক্ৰোধৰ ভিতৰ হৈ সেই সাপ চইতান ভুত ৰজাৰ লগত সদা সৰ্ব্বদাই নৰকৰ সাস্তি ভুগিব।

এতিয়া হে পাঠক গন, অলপমান ভাবি এই দুই সাস্ত্ৰৰ কথাত বিবেচনা কৰি চোআ। হিন্দু সাস্ত্ৰৰ দৰে পৰম ইশ্বৰ সৰ্ব্বসক্তিমন্ত, সৰ্ব্বগিয়ানি হই, আৰু কোনো আস্ৰই নো লোআকৈ আপোন বাক্যৰ দোআৰাই সকলকো সৃজন পালন সংহাৰ কৰিব পাৰে, তথাপি আপোনাৰ মহিমা লুপ্ত কৰি আনকহে সৃজন পালন সংহাৰ কৰিবলৈ আদেস দিলে। তেন্তে তাতে তেঁওৰ মহিমা লুপ্ত ন হল নে? আ.ৰু দেখা, হিন্দু সাস্ত্ৰৰ মতে এতিয়া কোনে নিৰাকাৰ পৰম ব্ৰহ্মক প্ৰেম ভক্তি কৰিচে, কেৱলে বিষ্ণু সিৱ আৰু আন আন দেৱতাবিলাককহে সেৱা অৰ্চা কৰিচে। কোনোএ আপোনাৰ প্ৰসংসা আৰু মৰ্জ্জদা আনক দিব নে? কিয়নো সেই ৰূপ পৰম ইশ্বৰৰ প্ৰসংসা অ ন দেৱতাই পাইচে। জদি কোনোএ বোলে, মানুহে আপুনিহে ইশ্বৰক তেজি দেৱতাক সেৱা কৰিচে, ইশ্বৰে আপোনাৰ সেৱা মৰ্জ্জদা আনক দিয়া নাই, তেন্তে সুনা তাৰ উত্তৰ এই, জি জন সৰ্ব্বগিয়ানি তেঁও তিনি জন দেৱতাক প্ৰিথিৱি সৃজন পালন কৰিবলৈ দিলে মোৰ প্ৰসংসা, সেৱা মৰ্জ্জদা গুচিব বুলি তেঁও জানে নে, নে জানে? অৱস্যে জানে, এই নিমিত্তে তেঁও কাকো আপোনাৰ প্ৰসংসা নি দিএ। আৰু জদি কোনোএ এই ৰূপে উত্তৰে বোলে, জেনেকৈ প্ৰিথিৱিত ৰজা আদি বৰুআ ফুকনবিলাক আচে, আৰু জেতিয়া প্ৰজাবোৰে ৰজাত কিবা জনাব খোজে, তেতিয়া বৰুআ ফুকনত প্ৰথমে ভেঁটি ভাৰ দি জনাই, তাৰ পাচে সিবিলাকে মহা ৰজাত জনাই তেহে প্ৰজাৰ কাৰ্জ্জ সিধি হই, সেই ৰূপ ইশ্বৰৰ ঠাইতো মানুহে প্ৰথমে সিৱ বিষ্ণু আদি দেওবিলাকক ভজিলেহে পৰম ব্ৰহ্মক পাব পাৰে; কিন্তু সেই কথা নিচই ভুল, কিয়নো জি জনে মানুহৰ হ্ৰিদইৰ সকলো ভাবনা জানি আচে, এনে জনক ভজিবলৈ আনক ভাৰসা কৰিবলৈ কি প্ৰয়োজন আচে? কেতিয়াও এনে ন হই। মানুহে সকলো নিবেদন জাস্না পৰম ইশ্বৰৰ আগত নিজে জনাব পাৰে, এয়ে চৰুপ কথা। এতিয়া খ্ৰিষ্টিয়ান সাস্ত্ৰত লিখাৰ দৰে কেনেকৈ পৰম ইশ্বৰে স্বৰগ প্ৰিথিৱি আপোন নিজ সক্তি আৰু বাক্যৰ দোআৰাই সৃজন পালন সংহাৰ কৰিচে, তাকে ওপৰত লিখিলোঁ, দেখা তেঁও জেতিয়া স্বৰগ প্ৰিথিৱি সৃজিবলৈ আৰম্ভ কৰিলে, তেতিয়া কাকো সহাই ন ললে, কিন্তু তেঁওৰ সৰ্ব্বসক্তিৰ দোআৰাই সকলোকে সৃজিলে, আৰু পালিচে আৰু সংহাৰো কৰিচে, আৰু আগলৈ আপুনি সৃজন কৰা বস্তুক নিচইকৈ সংহাৰ কৰিব; ইয়াতে তেঁওৰ মহিমা গুন সকল ৰূপে প্ৰকাস হৈচে, এই হেতুক খ্ৰিষ্টিয়ান সাস্ত্ৰত একো ভুল নাই, ইয়াকে আমি জানোঁ।

এই জি সকলো কথা মই পাঠকবিলাক বনি-

মিত্তে অতি সুখে লিখিচোঁ। ইয়াতে কিবা বাদ বিচাৰ কৰি হিন্দু সাস্ত্র বা আন সাস্ত্রকে মিচা পাতিচোঁ এনে ন হই; কিন্তু এই সকলো কথা চাই তোমোলোকে জেন স্বৰুপ পৰম ইশ্বৰক জানি আৰু তেঁওৰ স্বৰুপ ধৰম পাই জেন তেঁওৰ দোআৰাই পৰম আয়ুস পাবা, এই নিমিত্তে তোমোলোকৰ এজন অসমিয়াই অতি বিনই পূৰ্ব্বক জনাইচোঁ, জদি ইয়াৰ মাজত কিবা ভুল পোআ জাই, তেন্তে মোৰ প্রতি বেজাৰ ন কৰি খেমা দিব, কিয়নো মই আপোনাৰ লাভৰ কাৰন এই কথা লিখা নাই, কিন্তু এই কথা সুনাবিলাকৰ লাভৰ নিমিত্তে নিবেদন কৰি লিখিচোঁ। ইয়াতে একো বিবেচনা ন কৰাকৈ কোনেও অগ্রাজ্য ন কৰিবা, কিয়নো মই স্বৰুপ কথাৰ প্রমানহে দিচোঁ, মিচা কথাৰে কাকো ভুলাবলৈ স্রম কৰা নাই, ইয়াৰ সাখি ইশ্বৰো আচে।

আঁহা আঁহা, সকল সাধু,
আঁহা কৰোঁ স্তুতি গান;
দ্রিস্টি কপে পালন কৰি
আচে জি জন ওপৰ থান।
তেঁৱেই প্রভু, তেঁৱেই ইশ্বৰ,
তেঁও অনাদি ও অনন্ত,
সৰ্ব্ব মহিমাৰে অপাৰ
তেঁৱেই সদা ভগৱন্ত।

স্বৰ্গ মৰ্ত্য পতাল আদি,
আৰু অসিম তৰাগন,
সূৰ্জ্জ চন্দ্র, নানা বস্তু,
তেঁৱে কৰিলে সৃজন;
নানা জন্তু, নানা পখি,
পহৰ আৰু অন্ধকাৰ,
পৰ্ব্বত ভৈয়াম, মহা সাগৰ,
আৰু মানুহ দুৰাচাৰ।

দিনে ৰাতি প্রকাস কৰি
জানিবলৈ দিলে কাল,
দ্রিস্টি কৰি সেসে প্রভু
সকলোকে দেখে ভাল
এনে সৃজন পালন কৰ্ত্তাক
সদাই কৰোঁ স্তুতি গান,
সকল প্রভুৰ ওপৰ প্রভু,
তেঁওহে কেৱল ভগৱান। ন. স.

Almanac for January, 1848.

# জানোআৰি মাহৰ পঞ্জিকা।

খ্রিং অং ১৮৪৮। হিন্দু সক ১৭৬৯।

| | জানোআৰি | পুহ | সূৰ্য্যোদয় | সূৰ্য্যাস্ত | চন্দ্ৰায়ু | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| সনি | ১ | ১৮ | ৬।৫৪ | ৫।১৪ | ২৪ | ১।৫১ |
| দেও | ২ | ১৯ | ৬।৫৪ | ৫।১৪ | ২৫ | ২।৪৫ |
| সোম | ৩ | ২০ | ৬।৫৫ | ৫।১৫ | ২৬ | ৩।৩৯ |
| মঙ্গল | ৪ | ২১ | ৬।৫৫ | ৫।১৫ | ২৭ | ৪।৩১ |
| বুধ | ৫ | ২২ | ৬।৫৫ | ৫।১৬ | ২৮ | ৫।২৩ |
| ব্রিহস্পতি | ৬ | ২৩ | ৬।৫৫ | ৫।১৭ | ০ | চন্দ্রাস্ত |
| সুকুৰ | ৭ | ২৪ | ৬।৫৬ | ৫।১৭ | ১ | ৬।২১ |
| সনি | ৮ | ২৫ | ৬।৫৬ | ৫।১৮ | ২ | ৭।২৪ |
| দেও | ৯ | ২৬ | ৬।৫৬ | ৫।১৯ | ৩ | ৮।২৩ |
| সোম | ১০ | ২৭ | ৬।৫৬ | ৫।২০ | ৪ | ৯।২৪ |
| মঙ্গল | ১১ | ২৮ | ৬।৫৬ | ৫।২০ | ৫ | ১০।২৬ |
| বুধ | ১২ | ২৯ | ৬।৫৬ | ৫।২১ | ৬ | ১১।২৭ |
| | | মাঘ | | | | |
| ব্রিহস্পতি | ১৩ | ১ | ৬।৫৫ | ৫।২২ | ৭ | পুআ |
| সুকুৰ | ১৪ | ২ | ৬।৫৫ | ৫।২৩ | ৮ | ০।২৬ |
| সনি | ১৫ | ৩ | ৬।৫৫ | ৫।২৪ | ৯ | ১।৩০ |
| দেও | ১৬ | ৪ | ৬।৫৫ | ৫।২৫ | ১০ | ২।৩১ |
| সোম | ১৭ | ৫ | ৬।৫৫ | ৫।২৬ | ১১ | ৩।৩২ |
| মঙ্গল | ১৮ | ৬ | ৬।৫৫ | ৫।২৭ | ১২ | ৪।৩২ |
| বুধ | ১৯ | ৭ | ৬।৫৪ | ৫।২৮ | ১৩ | ৫।২৭ |
| ব্রিহস্পতি | ২০ | ৮ | ৬।৫৪ | ৫।২৮ | ১৪ | চন্দ্রোদই |
| সুকুৰ | ২১ | ৯ | ৬।৫৪ | ৫।২৯ | ১৫ | ৬।৩৩ |
| সনি | ২২ | ১০ | ৬।৫৪ | ৫।৩০ | ১৬ | ৭।২৯ |
| দেও | ২৩ | ১১ | ৬।৫৩ | ৫।৩১ | ১৭ | ৮।২৪ |
| সোম | ২৪ | ১২ | ৬।৫৩ | ৫।৩১ | ১৮ | ৯।১৫ |
| মঙ্গল | ২৫ | ১৩ | ৬।৫৩ | ৫।৩২ | ১৯ | ১০।৬ |
| বুধ | ২৬ | ১৪ | ৬।৫৩ | ৫।৩৩ | ২০ | ১০।৫৯ |
| ব্রিহস্পতি | ২৭ | ১৫ | ৬।৫২ | ৫।৩৪ | ২১ | ১১।৪৮ |
| সুকুৰ | ২৮ | ১৬ | ৬।৫২ | ৫।৩৪ | ২২ | পুআ |
| সনি | ২৯ | ১৭ | ৬।৫২ | ৫।৩৫ | ২৩ | ০।৩৬ |
| দেও | ৩০ | ১৮ | ৬।৫২ | ৫।৩৬ | ২৪ | ১।২৭ |
| সোম | ৩১ | ১৯ | ৬।৫২ | ৫।৩৭ | ২৫ | ২।২০ |

জানোআৰি ৬ দিনৰ ৰাতি ৬। ২৫ বজাত আমাৱাস্যা। ২০ দিনৰ ৰাতি ৬। ২৩ বজাত পুৰ্নিমা।

# অৰুনোদই সম্বাদ পত্র।

ত্রিতিয় চোঙ্গা। মো° সিৱসাগৰ, জানোআৰি, ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ১।

VOL. III. SIBSAGOR, ASAM, JANUARY, 1848. No. 1.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

নতুন গবৰ্নৰ জেনৰল ডাল্‌হৌচি লৰ্ড চাহাবে নৱেম্বৰ ১১ তাৰিখত লণ্ডন নগৰ এৰি ১২ জানোআৰিত কলিকতা পালেহি। লৰ্ড হাৰ্ডিঙ্গ চাহাবে বিলাইতলৈ জোআত সকলো লোকে অসন্তোস কৰি তেঁওৰ নকচা সিলৰ মুৰ্ত্তি কাটি কলিকতা নগৰত থবলৈ ২২,০০০ ৰুপ চান্দা কৰি তুলিচে। ইয়াৰ অৰ্থ বৰ মৰ্য্যদা, কাৰন তেঁও এই দেস আচাৰি ৰচৰ নিয়াই ৰুপে প্রতিপাল কৰাত দেসৰ ভিতৰত কোনো মানুহক সত্রুকৈ থৈ জোআ নাই। তেঁও ১৮ জানোআৰিত মজফৰ নামে এখান তাপ জাহাজত উঠি কলিকতাৰ পৰা গল।

ৰাজপুতানা আৰু কাচিমিৰ দেসৰ ৰজাবিলাকে গবৰ্নৰ জেনৰল লৰ্ড সাহাবৰ আলচেৰে সৈতে সতি জোআ নিসেধ কৰিলে।

হাইদৰাবাদ নগৰৰ পৰা এক পত্রত লিখিচে, মোমোনাবাদ নগৰত মহৰম কৰা কালত মচলমান লোকে হিন্দুৰ এক দলত সোমাই তাতে এটা দামুৰি কাটিলত হিন্দুৱে সৈতে জুজ লাগি আঠোটা মানুহ মৰিল, ১৫ টা মান এধা মৰা হল, তেও দন্দ ভগা নাই, ইয়াকে সুনি কম্পানিৰ সেনাই সৈতে এজন চাহাবে সেই জুধ ভাঙ্গিবলৈ গৈচে।

আৰন নামেৰে এখান জাহাজত ৪৬২ জন আইৰিস্য লোকে আমেৰিকা দেসলৈ জাবৰ নিমিত্তে উঠি জাহাজ মেলিলত বৰ ৰৰধুন ধুমুহা বতাহে পোআত পলম হৈ বৰ দুখ পালে। পাচে তলৰ খোঁটালিত থকা জাত্রি লোকৰ জৰ হৈ অনেক মৰিল, কিন্তু মৰাবিলাকক উলিয়াবলৈ বা বতাহ ওলোআ বাট মুকলি কৰিবলৈ সিইতৰ লগৰ মানুহে নি দিলে। পাচে বৰ দুৰ্গন্ধ হোআত কাপ্তান সাহাবে আপোনাৰ মানুহে সৈতে সিইতৰ মাজত বলেৰে সোমাই চন্দুকত সোমোআ আৰু খৈলাত সি থোআ তিনি কুৰি মৰা স পালে। সাগৰত পেলাবলৈ সিইতৰ বৰ আমুখ; কিন্তু কাপ্তান সাহাবৰ হুকুমেৰে জাহাজৰ বনুআবিলাকে আটাইবোৰ পেলাই দিলে। তাৰ পাচতো জৰে ধৰি অনেক এনি মিত্যু হল; বাম পালত ১৯০ জন মাথোন জিয়াই বল। আৰু কাপ্তান সাহাবে এনে দুখ পোআত তেঁবো বলিয়া হৈ গল।

১৮৪৬ ইং সঁকত খেহৰ ডেকা মানুহ তিনটা বিলাইতলৈ গৈ ইংৰাজি বিদ্যা আৰু খ্রিষ্টিয়ান ধৰম সিকি হুগলি নগৰত জোআ ৰচৰৰ ১৫ অক্তোবৰত মণ্ডলিত সোমাবৰ নিমিত্তে এজন পাদুৰি চাহাবৰ হুকুমাই ইংৰাজি মতৰ দৰে চিটান কৰা হৈ সেই ধৰম ললে।

অক্তোবৰ ১৭ তাৰিখত লণ্ডন নগৰৰ উএস্তব্রুক নামে এটা মানুহে কটিকা খোআত বলিয়া হৈ হাকুৰি হাতত লৈ আপোনাৰ তিৰোতাক মুৰত মৰিয়াই মৰিয়াই এধা মৰাকৈ এৰিলে। পাচে থানাদাৰ লোকে তাকে ধৰি ফাটকত থৈ দণ্ড আগ্যাৰ নিমিত্তে ৰাখিলে।

আয়ৰলণ্ড দেসত কমিয়া পাদুৰি লোকে জাত বেজাৰ পাই সকলো মানুহে সুনাকৈ তাক গিৰ্জাত সাও দিএ; পাচে সেই কথা সুনা সিস্যবোৰে ৰাতি খাপ দি তাক মাৰে; আৰু বধ কৰোঁতাক কেৱে উলিয়াই নে দেখাই। সেই ৰুপে

মেজৰ মেহন নামে এজন ভদ্ৰ লোকক মৰাৰ কথা সমাচাৰ পত্ৰত আহিচে।

১৬০৫ ইং শকৰ ৫ নৱেম্বৰ তাৰিখত কমিয়া লোকে ইংৰাজি ৰাজ মেলআই সকলোকে মাৰিবৰ আসাৰে মেল কৰা ঘৰৰ তলত গাঁত খানি অনেক অনেক খাৰ সুমাই থলে, কিন্তু কোনো ৰূপে তাক বুজ পাই সেই খাৰত জুই লগাবলৈ অহা মানুহক ধৰিলে। তাৰ পৰা এতিয়ালৈকে সেই ৫ নৱেম্বৰত বিহু পাতি ইংৰাজি লোকে মেজি পাতি জুই লগাই বৰ টোপ বজাই অনেক ৰঙ্গ কৰে। এতিয়া জোআ বচৰত লিবৰপুল নগৰত কোনো লৰাবোৰে এই ৰূপে সৰু টোপত গুলি সুমাই বণ্ডুই ঘোঁৰাত জুই দিয়াত নে লাগিল, পাচে জুইৰ ভিতৰত টোপ পেলাই দিলে। তাৰ কিচু পাচে জুই লাগি সেই টোপৰ গুলি বাটে জোআ এটা মানুহক মাৰিলে। সেই নগৰৰ আন ঠাইতো একে দিনাই এটা লৰাৰ ভৰি খাৰৰ জুয়ে চিঙ্গিলে। আন আন নগৰতো এই দৰে কোনো কোনো মানুহ খুন হৈ গৈচে।

কওন্ত ব্ৰুচন নামে এজন ফ্ৰাঞ্চি বৰ লোক কোনো ৰাজ বিসয়ৰ কথাত বেজাৰ পাই ১ নৱেম্বৰৰ ৰাতিত খুৰেৰে ডিজি কাটি আপোন ঘাতি হল।

ফুৰিন দেসলৈ পঠিওআ কওন্ত মৰ্ত্তিএই নামে ফ্ৰাঞ্চিৰ এজন বৰ কটকি বলিয়া হৈ আপোনাক আৰু ১১ বচৰিয়া পুতেকক ৮ বচৰিয়া জিএককো মাৰিবৰ মন কৰি নৱেম্বৰৰ ৭ তাৰিখত খুৰ লৈ সিহঁতে সৈতে এক খোঁটালিত সোমাই দুআৰ মাৰিলে। আৰু মই মৰিম বুলি চিঠি লিখি আপোনাৰ তিৰোতালৈ পঠাই দিলে। তেতিয়া তিৰোতা নগৰৰ বিসয়া কোনোক মাতি লগত লৈ ঘৰলৈ গৈ তাৰ মাত সুনিলে, আৰু ভিতৰলৈ জমি চাই সেই মানুহক আপোনাৰ পুতেকক ঘাঁঠুত তুলি ধৰি খুৰেৰে কাটিবলৈ জুগুত হোআ দেখিলে। পুতেকে এৰাবলৈ ধৰ ফৰ কৰি মোৰ মৰিবৰ মন নাই এই বুলি কান্দি কান্দি আচিল। পাচে জিএকত সুধিলে, তই মোৰ লগত মৰিবি নে? তাতে তাই কলে, বোপাইৰ লগত মৰিম। পাচে বাহিৰৰ মানুহে অনেক প্ৰাৰ্থনা কৰাতো সি এক্কো নু সুনিলে; সিহঁতে জদি সোমাই সি বেগাই লৰা কাটিব এই ভই কৰি সোমাবৰ চল নে পাই এপৰ মান বেলি কথা কৈ কৈ আচিল, পাচে সি নে দেখাকৈ সৰু এক দুআৰে সোমাই লৰাবোৰক এৰুআই মাকৰ দিলে, কিন্তু তাৰ হাতৰ পৰা খুৰ একআৰ নোঅৰাত সি ঘনে ঘনে আপোনাৰ ডিঙ্গিত খুৰ দি কাটিব খুজিলে পাচে সেই মানুহবোৰক দাই ধৰি মোৰ ঘৰত বলত্‌কাৰে সোমাইচ, নালিচ কৰিম বুলি কলত এজন বিচাৰ পতিএ তাৰ ওচৰলৈ গৈ কলে, মোৰ কেচাৰিলৈ আহি সিহঁতে সৈতে নালিচ কৰিলে মই সোধ কৰিম। তাকে সুনি হাতৰ খুৰ সামৰি আপোনাৰ জোলোঙ্গাত সুমাই থৈ বিচাৰ পতিএ সৈতে জাবলৈ ওলালত সিবিলাকে চল পাই তাক বান্ধি ৰাখিলে।

ফ্ৰাঞ্চি দেসৰ চেন্তোমৰ গাঁৱৰ কওন্ত গোমৰ নামে এজন বৰ লোকে আপোনাৰ মাটিত এটা লৰাই গচৰ ডাল ভঙ্গা দেখি তাক চিটা গুলিৰে গুলিয়ালে, পাচে বিচাৰ পতিএ তাৰ সোধ কৰাত সেই মানুহক দু মাহলৈ ফাটক আৰু ৫০ টকা ৰূপ জৰিমনা কৰিলে। পাচে ১ অক্তোবৰ তাৰিখত সেই গচনিত চিকাৰ কৰিবলৈ গলত আগৰ কথা তাৰ মনত পৰা হেতুকে সি অসন্তোস কৰি আপোনাৰ বুকত হিলৈ দি মাৰি আপোন ঘাতি হল।

নৰোৱেই দেসৰ সাগৰৰ দাঁতিত থকা চাইটা মানুহে নাৱেৰে গৈ মাচ মাৰোঁতে সমুদ্ৰৰ বৰ পানি সাপ এটা দেখিলে। দিঘলে তাৰ দু কুৰি হাত মান হৈচিল, তাৰ ৰবন কলা, আৰু কুঁচিয়া মাচৰ নিচিনা পানিত সাঁতুৰি আচিল। সেই মানুহৰ নাৱৰ ওচৰ পালত সিহঁতৰ এজনে সাপক মুৰত গুলিয়ালে; তাতে সাপে বৰ খঙেৰে থাপ মৰাৰ দৰে মুৰ তুলি সিহঁতক খেদিলে, কিন্তু সিহঁতে বেগাই বাম পানি পোআত সাপে আহিব নোআৰি বুৰ মাৰি দলৈ গল। নৰোৱেই দেসৰ ঠায়ে ঠায়ে অনেক মানুহে এনে সাপবিলাক সাগৰত দেখিলোঁ বুলি কই।

ফ্ৰাঞ্চ দেসৰ ২৪,০০,০০০ চৌবিচ লাখ কুকুৰ আচে।



## ত্ৰোআ নগৰৰ কাঠৰ ঘোঁৰা।

**The Wooden Horse of Troy.**

প্ৰভু খ্ৰিষ্টৰ জনমৰ ৯০০ ন স মান বচৰ আগৈএ হোমেৰ নামেৰে এজন মানুহে আটাইতকৈ প্ৰসিধ এখন পদ পুথি অলপে অলপে ৰচনা কৰি আপোন দেসৰ মানুহৰ ঘৰে ঘৰে গাই ফুৰিচিল।

এই পুস্তকৰ ভিতৰত জি সকল দেসৰ কথা লিখিচে সেই দেসবিলাক ভুমাজৰ সাগৰৰ উত্তৰ পুব ফালে তিৰত আচে, গ্ৰিক দেসৰ মানুহবিলাকে ত্ৰোয়া নগৰৰ মানুহইঁতে সৈতে জি ৰৰ ভাজৰ ৰন কৰিচিলে তাৰে কথা এই পুস্তকত লিখিচে; সিইঁতে দহ বচৰলৈ জুঁজি জুঁজি থাকি পাচে ত্ৰোয়া নগৰিয়াবিলাকে হাৰিলে। হোমেৰ দুয়ো ফলিয়া বিৰ সকলৰ বল বিৰ্জ্য আৰু জসস্যাৰ কথা জি দৰে কৈচে তাক পৰ্হিবলৈ আৰু সুনিবলৈ অতি আচৰ্জ।

আজাক্ আৰু আকিলি, আৰু উলিচি গ্ৰিকবিলাকৰ ফলিয়া প্ৰধান সেনাপতি আচিল। আৰু হেক্তৰ ও প্ৰিয়াম আৰু পাৰিচ ত্ৰোয়া নগৰিয়াইতৰ প্ৰধান সেনাপতি আচিল। এইবিলাকৰ গ্ৰন্থ কৰ্তাই বৰ বলি আৰু বুধিয়ক বুলি বৰ্নমা কৰিচে, আৰু সিইঁতৰ জি দয়া নাই কিয়া বেৱহাৰৰ কথা সি বৰ ভই লগা।

ত্ৰোয়া নগৰ জি ৰুপে লোআ হৈচিল তাকে হোমেৰে এনেকৈ লিখিচে; উলিচি বৰ বুধিয়ক আৰু গিয়ানৱন্ত আচিল, সি আপোন বুধিৰে অনেক মানুহ সুমুআৰ পৰাকৈ বৰ ডাঙৰকৈ এটা কাঠৰ ঘোঁৰা সাজি পেলাই তাৰ পেটৰ ভিতৰত বহু সংখ্যা সেনাবিলাকক সুমুআই সেনাই সমনিত্তে ঘোঁৰাটো ত্ৰোয়া নগৰৰ মানুহলৈ ভেঁটি দিলে। সেই ঘোঁৰাৰ পেটৰ ভিতৰত কি আচিল তাক ন জনা হেতুকে এই নগৰিয়া মানুহবিলাকে একো ভই আসঙ্কা ন কৰি বৰ মনেৰে সক্ত কলিয়া দান ললে। আৰু ঘোঁৰা অতি ডাঙৰ হেতুকে দুআৰে দি নো সোমাই দেখি সিইঁতৰ নগৰৰ চাৰিও ফালে জি বৰ পকি গৰ গাঁথিচিলে তাৰ এতোখৰ ভাঙ্গি পেলাই মানুহ মুমে জয়ধনি কৰি কৰি নগৰৰ মাজলৈ টানি নি থলে।

মাজ নিসা মানতে জেতিয়া নগৰৰ মানুহবিলাকে ঘোৰ টোপনিত পৰিল, তেতিয়া ঘোঁৰাৰ পেটৰ ভিতৰত থকা সেনাবিলাকে ওলাই নগৰৰ

চাৰিও ফালে দিসা দিসি গল, আৰু নগৰৰ ঘৰবিলাকত জুই লগাই দি বাহিৰত থকা গ্রিক লোকলৈ দুআৰ মেলি দিলে; এনেতে ত্রোয়া নগৰিয়াবিলাকে টোপনিৰ পৰা সাৰ পাই দেখিলে জে সিঁহতৰ ঘৰত জুই লাগিচে আৰু আলিবোৰে সত্রুবিলাকে সৈতে ভৰি আচে, তেতিয়া নগৰৰ মানুহইঁতে সত্রুৰ হাত সাৰিব নোআৰিলে; কিন্তু প্রাই সকলোএ সেনা লোকৰ তৰুআলৰ ধাৰত পৰি প্রান এৰিলে। কাঠৰ ঘোঁৰাৰ কথা বুৰা হোমেৰে এনেকৈ বেখ্যা কৰিচে। ৰ.

---

এটা লৰাৰ কাপৰত জুই লাগি মৰাৰ কথা।

**Death of a Child at the Orphan Institution.**

নগাঁৱৰ মিসান স্কুলত থকা শ্রীধনি নামে এজন চাত্ৰে আমালৈ পত্র লিখি এই অসন্তোসৰ কথ জনাইচে।

জানোআৰি মাহৰ ১৮ তাৰিখে এটা বৰ আপদ হল; ইয়াৰ অনুভও এই, আমাৰ ইয়াত থকা জি এটা লৰা তাৰ নাম জনি এগলদিঙ্গৰ, ১৮ মঙ্গল বাৰে এক বাজি গলত আমি সকলোএ এঠাইত গৈ ঢোপ খেলাইচিলোঁ, সেই সময়তে উনুঅনিত জুই লগাই দিলে। তাতে জনি তাৰ সাহাবৰ বঙ্গলাৰ পৰা আহি সেই জুইৰ কোস পাই তাৰে অলপমান জুই ললে; পাচে সিও লগাইচিলে। এনে সময়ত তাৰ পাইজামাৰ মুৰত জুই লাগি তাতে পুৰি পুৰি আচিল, আৰু তেতিয়া কাপৰ পুৰি আজৰি হল, তেতিয়া তাৰ গা মুখ হাত ভৰি সকলোৰে চাল এৰাই গল, আৰু তাতে সি তেও ঘি ফুৰিচিল। তাতে এজনি চোআলিএ বঙ্গলাৰ পৰা দেখি জনিক পৰুআই কামুৰিচে, ইয়াকে ভাবি মেমত কলে। পাচে মেমে লৰি গৈ জনিক জুয়ে পুৰিলে ইয়াকে দেখি তেতিয়াই আনি সাহাব-মেম সাহাব মিচ ক্রিষ্টি মেম এই সকলোএ দেৱাই দি দি থাকিল। পাচে সেই লৰাই ইশ্বৰলৈ এই নিবেদন কৰিলে, হে প্রভু, মোক ৰাখা, আজি ৰাতি মই মৰিম; আৰু মোক প্রার্থনা সিকাই দিয়া, মই নে জানোঁ, আৰু তোমোলাকেও মোৰ কাৰনে প্রার্থনা কৰা, এই সকলো কথা কলে; আৰু দেৱাই খুআই খুআই থাকোঁতে অলপমান কথা কব পাৰিলে, চকু মেলিলে, থিয় হৈ উঠিল, আৰু অলপমান খালে, তেতিয়া আমি এসা কৰিলোঁ, জনি ন মৰে; কিন্তু ৰাতি আন্দাজ ৮॥ চাৰে আঠ বজাত লৰাটো মৰিল। কিন্তু আমি দেখিলোঁ, সি ভুম হোআ নাই, তাৰ তত আচিল। ॥

---

জিলা সিৱসাগৰৰ অর্জুনৰ গুৰিত শ্রীযুত মনিৰাম দেওানে সনিৱৰিয়া হাট পতাইচে তাত সকলো বস্তু ওলাই গাঁৱলিয়া আৰু নগৰিয়া নগাকে আদি কৰি সকলো মানুহে সনিৱাৰৰ দিনা কিনা বেচা কৰি হাট বেহাই গৈ।

দিখৌ নৈৰ উজনিৰ পর্বতৰ দাঁতিত নাগ মাটি পোআ জাই বুলি কৈচে, আৰু তাকে খানি উলিয়াই নাৱেৰে গুআহাটি আৰু গুআলপাৰালৈ নিবৰ নিমিত্তে শ্রীজুত গবর্নমেণ্টে উপাই কৰিচে। এতিয়া জইপুৰৰ পৰা গুআহাটিলৈ নাগ মাটি মোনে আঠ অনাকৈ কোনোবাই কোনোবাই পঠিয়াইচে। জইপুৰৰ নাগ মাটি পুৰিবলৈ বৰ চিকন। তাপৰ নাও মাহে মাহে কলিকতাৰ পৰা গুআহাটিলৈ অহা জোআ কৰে দেখি নাগ মাটি তাতে পুৰিবলৈ লাগে কিয়নো কাঠ খৰিৰ জুইত বৰ সক্তি ন হই আৰু নাগ মাটিৰ জুইৰ নিচিনা নাও বা জাহাজ চলাব নোআৰে।

---



জলাপ্লাৱনৰ কথা।

**Account of the Deluge**

ইশ্বৰে এই জগত স্রিষ্টি কৰাৰ ১৬৫৬ বচৰ মানৰ পাচত প্রিথিবিৰ ওপৰত মানুহৰ সন্তানবিলাক বাৰ্হি পৰিপূর্ন হল, আৰু তাতে পাপ জি মানুহৰ মহা সত্রু সিও অতিসই বাৰ্হি সক-

লো মানুহৰ মনত বৰকৈ সিপালে; তাতে মানুহৰ কৰম দিনে ৰাতিএ অতি দুষ্ট আৰু দুৰাচাৰ হব ধৰিলে। আৰু সেই মানুহৰ দুষ্ট কৰমৰ সবদ ইশ্বৰৰ কানত পৰিল, তাতে ইশ্বৰে আপোৰান সৃজন বস্তুলৈ দিৃষ্টি কৰিলে দেখে অতি চমত্ক্রিত, আৰু সিইঁতৰ কুকৰমৰ সিপাই জগতক জুৰিলে, সেই কাৰন সকলোএ পাপ বিনে আৰু একো কৰম কৰা নাই; ইয়াতে ইশ্বৰে অসন্তোস পাই অঙ্গিকাৰ কৰিলে, বোলে, মই সৃজা জি মানুহ, জন্তু, উৰগ আদি বস্তু আৰু প্রিথিৱিত ৰগাই ফুৰা জি জি জন্তু, সেইবোৰক তাৰ পৰা সংহাৰ কৰি উৰাৰ কৰিম; কিয়নো সিইঁতক সৃজাতে মোৰ অসন্তোস হল। এই ৰূপে জগতলৈ ইশ্বৰৰ ক্রোধ প্রজলিত হলত তেতিয়া তেঁও নোহা নামেৰে এজন পৰম ধৰ্মিষ্ট মানুহক কলে, দেখা মোৰ আগত সকলো জিৱৰ অন্তকাল হৈচে- কিয়নো সিইঁতৰ কাৰনে প্রিথিৱি অসুৰিৰে ভৰি আচে, এই হেতুক মই প্রিথিৱিএ সৈতে সিইঁতক সংহাৰ কৰিম; কিন্তু তুমি মোৰ আগতে পৰমাৰ্থিক হোআৰ কাৰন তোমাক ৰাখি, তোমাৰ পৰাই ৰাজ্য বৰ্ঢাই প্রিথিৱি পুৰ কৰিম; তথাপি তুমি, আৰু তোমাৰ ঘৰৰ পৰিয়াল, আৰু সকলো জন্তুৰ মাজৰ একোৰ একোৰ প্রান ৰাখিবৰ কাৰনে এখান জাহাজ সাজা, এই বুলি ইশ্বৰে তেঁওক আগ্যা দিলে, আৰু নোহাই সেই ৰূপে কৰিবলৈ আৰম্ভন কৰিলে।

তাৰ পাচে সেই নোহাই এস বচৰ মানলৈকে অতি স্রমে আৰু নিজ ধন খৰচ কৰি মানুহ ধৰাই এস বচৰৰ মুৰত সেই বৰ জাহাজ কৰি এঁটালে; কিন্তু নোহাই কেৱল জাহাজ সাজোঁতে তেঁওৰ কাল নিয়ালে এনে ন হই, এস বচৰলৈকে অতি নিস্দাৰে সেই কথাও প্রচাৰ কৰি সকলো প্রানিত সুনালে, তথাপি কোনো মানুহে তেঁওৰ কথাত বিশ্বাস ন কৰিলে, কিন্তু নিন্দা অহঙ্কাৰ ইয়াকহে তেঁওলৈ কৰিলে। আৰু ইশ্বৰৰ মহা ক্রোধলৈ হেলা কৰি জগতৰ চিন্তাত ধনত আৰু সংসাৰিক বস্তত কাৰ্বাৰ কৰি থাকিল। কিন্তু নোহাই ইশ্বৰৰ আগ্যাৰ দোআৰাই সেই জাহাজ এনেকৈ সাজিলে: তাৰ দিঘে তিনি স হাত, পথালিএ দু কুৰি দহ হাত, ওখই ডেৰ কুৰি হাত, এহাতৰ জোখে মুধ; তলে ওপৰে তিনি চাঙ, আৰু তাত অনেক অনেক খোঁটালি আচিল, তাত বাজে একালে এখান দুআৰ আৰু এটা জলঙ্গা; আৰু তাৰ চাৰিও ফালে কেন্দু এঁঠাৰে লেও দিলে। সেই ৰূপে নোহাই জাহাজ সজা হলত, ইশ্বৰে তেঁওক বুলিলে প্রিথিৱিৰ ওপৰত থকা সকলো সুচি জন্তুৰ সাত জোৰ সাত জোৰ, আৰু আকাসত উৰি ফুৰা চৰাইৰ সকলো জাতৰ সাত জোৰ সাত জোৰ, আৰু অসুচি জন্তুৰ মতা মাইকি দু জোৰ দু জোৰ, তুমিএ সৈতে প্রান ৰাখিবলৈ আনা; তাৰ পাচে তুমি, তোমাৰ ঘৰৰ পৰিয়াল এই আটাইবোৰ জাহাজৰ ভিতৰত সোমোআ, কিয়নো এই পুৰুসত মই আপোনাৰ সাখ্যাতে তোমাক পৰমাৰ্থিক দেখিচোঁ। আৰু দেখা সাত দিনৰ মুৰত মই দিনে ৰাতিএ প্রিথিৱিৰ ওপৰত ৰৰখুন ৰৰথাম, তাতে মানুহ আদি কৰি সকলোৰে সংহাৰ হব। পাচে ইশ্বৰে জেনেকৈ তেঁওক আগ্যা দিলে নোহাই সেই ৰূপে কৰিলে। সেই কালত নোহাৰ বয়স চ স বচৰ হৈচিল।

তেতিয়া জন্তু আদি কৰি নোহা তেঁওৰ তিনি পুত্র, তেঁওৰ তিনি বোআৰিএক, আৰু তেঁওৰ ভাৰ্জা এই আঠ প্রানিএ জাহাজত বাৰ্হনি পানিৰ নিমিত্তে সোমাল; তাতে ইশ্বৰে জাহাজৰ দুআৰ মাৰিলে। তেতিয়া সাত দিনৰ পাচে প্রিথিৱিৰ ওপৰত লাহে লাহে ৰৰখুন হল, কিন্তু আন মানুহবোৰে একো নি চিন্তাকৈ নোহাই জাহাজত সোমোআ দেখি হাঁহি কলে, এই মানুহ বলিয়া। পাচে জেতিয়া ৰৰখুন ৰৰকৈ আহিল তেতিয়া সিইঁতে ভই কৰিব ধৰি বুলিলে, ষৰূপেই নোহাই কোআ কথা হব পাই, কিয়নো পানিএ পথাৰ জুৰি ৰগা হল, আৰু আমাৰ ঘৰ বাৰি এইবোৰ ডুবি আহিচে। তাৰ পাচে জেতিয়া ব্রিষ্টি অতিসই প্রিথিৱিৰ ওপৰত হবৰ দেখিলে, আৰু বাৰ্হনি পানিএ কোনো কোনো ঘৰ বুৰালে, তেতিয়া সিইঁতে বৰ ভয়েৰে উপাই বিচাৰি ওখ ওখ চাঙ সাজি থাকিবলৈ ধৰিলে। কিন্তু তাতো পানি উঠাত কোনো কোনো পৰ্বতলৈ পলাই গল। তাতো জেতিয়া পানি বাৰ্হি পালে গৈ,

পর্ব্বতৰ বৰ বৰ গচবোৰৰ ওপৰত চাঙ্গ পাতি থাকিল, তথাপি মানুহে জি উপাই কৰিলে, সেই সকলো বিফল হল। লাখ লাখ মানুহ উটি বুৰি ফুৰি আছিল, আৰু হেজাৰ হেজাৰ লোকৰ প্ৰান মৰি গল; আৰু প্ৰিথিবিত জি জি জন্তু আদি মানুহ আছিল সেই সকলোবিলাকৰ হাহাকাৰ লাগিল। তেতিয়া দুখত ইশ্বৰলৈ ক্ৰন্দন কৰি প্ৰাৰ্থনা কৰিলে, কিন্তু সিও বিফল। পাচে সেই ৰুপে প্ৰিথিবিৰ ওপৰত দু কুৰি দিনলৈকে ইশ্বৰে বৰখুন বৰখাই সকলো প্ৰানি আৰু জিয়া জন্তুবিলাকক সংহাৰ কৰিলে, আৰু প্ৰিথিবিত ডেৰ স দিনলৈকে বৰখুন বৰখাই অতি ওখ পৰ্বতবোৰৰ ওপৰতো পোন্ধৰে হাতলৈকে পানি বৰ্হালে।

পাচে ইশ্বৰে নোহাক আৰু তেঁওৰ লগত থকা সকলো জন্তুবিলাকলৈ সুঁৱৰিলে, সেই কাৰনে তেঁও প্ৰিথিবিৰ ওপৰত বায়ু বলোআলে, তাতে পানি বুল। আৰু বৰ দ পানিৰ ভুমুক আৰু আকাসৰ দুআৰ মৰা গল, আৰু আকাসৰ পৰা বৰখুন এৰাল। পাচে পানি বৈ বৈ প্ৰিথিবিৰ পৰা গল, ডেৰ স দিনৰ পাচত পানি টুটিল। সাত মাহৰ সতৰ দিনত আৰাৰাত পৰ্বতৰ ওপৰত জাহাজ লাগি ৰল, দহ মাহলৈকে পানি লাহে লাহে সুকাই দহ মাহৰ প্ৰথম দিনৰ পাচত নোহাই আপুনি সজা জাহাজৰ জলঙ্গা মেলি এটা কাউৰিক জাহাজৰ বাহিৰ কৰি পঠিয়াই দি প্ৰিথিবিত পানি সুকাল নে নৌ সুকাই তাৰে প্ৰমান চালে। তাৰ পাচে দুই তিনি বেলি আন পখি পঠিয়াই পঠিয়াই দি সেই ৰুপে চালে। তেতিয়া চ স এৰচৰৰ প্ৰথম মাহৰ প্ৰথম দিনা পানি সুকাই গল পাচে নোহাই জাহাজৰ ওপৰ চাল মুকলি কৰি চাই বৰ ওখ ঠাইবোৰ সুকুআ দেখিলে, পাচে দু মাহৰ একুৰি সাত দিনৰ দিনা প্ৰিথিবিৰ পানি নিচইকৈ সুকাই গল। তেতিয়া ইশ্বৰে সিবিলাকত কলে, তোমোলাক সকলোএ বাজলৈ ওলাই আহি প্ৰিথিবিৰ ওপৰত অতিসই ফলৱন্ত হোআ। তাতে সিবিলাক আৰু সকলো জাতৰ জন্তুবিলাক জাহাজৰ পৰা বাহিৰলৈ ওলাই আহিল।



তাৰ পাচে ইশ্বৰে সিবিলাকে সৈতে এই নিয়ম কৰিলে বোলে, জেনেকৈ মানুহৰ দুষ্টতাৰ কাৰন সিহঁতক মই জলপ্লাবনৰ দোআৰাই সংহাৰ কৰিলোঁ, সেই ৰুপে জেতিয়ালৈকে জগতৰ অন্ত, কাল ন হই তেতিয়ালৈকে মই মানুহক আৰু জন্তুক আৰু জগতৰ বস্তুক নষ্ট ন কৰিম। পাচে ইশ্বৰে নোহাক আৰু তেঁওৰ পুত্ৰইতক বৰ দি সিবিলাকক বুলিলে, তোমোলাকে বাঢ়ি বহু প্ৰজা আৰু সবহ বংসহ হোআ আৰু প্ৰিথিবিক পৰিপুৰ্ন কৰা। প্ৰিথিবিৰ সকলো জন্তু, আকাসত উৰি ফুৰা চৰাই আৰু সাগৰৰ সকলো মাচে তোমোলাকক ভই আৰু সংসই কৰিব; আৰু সেই সকলোকে মই তোমোলাকৰ হাতত সোধাই তোমোলাকক অধিকাৰ পাতিলোঁ। জেনেকৈ খাবলৈ সাক দিচোঁ সেই ৰুপে সকলো জিয়া জন্তু তোমোলাকক খাবলৈ দিচোঁ। কিন্তু জিৱ অৰ্থাত তেজে সৈতে মঙ্গহ নে খাবা; কিয়নো মানুহৰ তেজৰ সোধ মই কৰিম। আৰু ইশ্বৰে বুলিলে বোলে, তোমোলাকে সংসই ন কৰিবা, এতিয়াৰ নিচিনাকৈ তোমোলাকক সংহাৰ ন কৰোঁ বুলি মই জি নিয়ম কৰিলোঁ, তাৰ চিন এই; সেই নিয়ম সুঁৱৰিবলৈ মই আপোনাৰ ধেনু ডাৱৰত থমসেয়ে তোমোলাকৰ আৰু সকলো প্ৰানিৰ লগত কৰা মোৰ অনন্ত নিয়ম, প্ৰিথিবিৰ ওপৰত থকা সকলো জিয়া প্ৰানিলৈ ইশ্বৰে কৰা সেই নিয়ম; তাকে চাই সুঁৱৰি মই আৰু বাৰ প্ৰলয়ৰ জলেৰে তোমোলাকক সংহাৰ ন কৰিম। ন. ল.

এই কথাৰ সেস আন নম্বৰত চাপা জাব।

(To be Continued.)





## মঁহৰ বিবৰন।

The Buffalo.

মঁহবোৰ আগেএ আফ্ৰিকাতে আৰু আচিয়াতে মাথোন আচিল, পাচে ইউৰপৰ দখিন ফাললৈ দুটা মান নিচিল এতিয়া তাত সৰহ হৈচে, কিন্তু আচিয়াত অধিক পোআ জাই। আমেৰিকাত হলে এই জাতৰ মঁহ নাই।

গঁৰতকৈ মঁহ ডাঙ্গৰ, তাৰ বৰন হাতিৰ নিচিনা আৰু তাৰে নিচিনা সৰহ নোম নাই, মঁহৰ মূৰ ডাঙ্গৰ আৰু সিঙ্গো অতি দিঘল আৰু বৰ জোঙ্গা। ডিলন নামে এজন সাহাবে সাত হাত মান দিঘল এনে সিঙ্গ এজোৰ দেখিলে।

বনৰিয়া মঁহবোৰ গোট খাই জাক জাক হৈ হাবি দলনিত, চাপৰিত আৰু বিলৰ ওচৰত ফুৰি থাকে। সিইতে বদ সৰহকৈ সহিব নোআৰে, কিন্তু মূৰ উলিয়াই গোটেই গা পানিত পৰি দিনটো থাকে, আৰু বোকা পালে গাহৰিৰ নিচিনাকৈ লেটি লৈ অতি ভাল পাই। চিকাৰি লোকে মঁহক সৰহকৈ বিচাৰি গুলিয়াই বাৰ্কৰিয়াই মাৰে। জেতিয়া মাৰিবলৈ জাঁওতে তেতিয়া হাঁতিৰ ওপৰত ন গলে গচত উঠি নাইবা গচত লুকাই জতন হৈ সাৱধানে থাকিব লাগে, কিয়নো সি বৰ খঙ্গাল জন্তু একেৰি মান চল পালে মানুহলৈ চাই, মূৰ তলকৈ অতি বেগে খেদি গৈ পুৰ দি ধৰি তাক খুঁচি মাৰে। জেতিয়া গোনা মঁহ অকল সৰে থাকে তাৰ ওচৰলৈ মানুহ জাবলৈ অতি ভই, কিয়নো তেতিয়া তাৰ খঙ্গ বৰ চোকা আৰু মানুহ দুই এজনে বাটত জাঁওতে দেখিলে সেই মঁহ অতি সিধু খেদি জাই; ৰঙ্গা কাপৰ দেখিলে খৰকৈ খঙ্গ উঠে। অসম আৰু বঙ্গাল দেসত বচৰি বচৰি অনেক মানুহ মঁহে মাৰে, এই হেতুকে মঁহ কম্‌তি হবলৈ শ্ৰীজুত কম্পানি বাহাদুৰে

মঁহ মৰিয়া মানুহক মঁহৰ মুৰটে নৈতে সিঙ্গ জোৰে পতি ২॥ দহ মহাকৈ কপ দিএ। কোনো ঠাইতে মানুহবোৰে দকৈ গাঁত খানি, গচৰ ডাল, পাত আৰু খেৰ আদি তাৰৰ ওপৰত দি সেই গাঁত ঢাকি থই পাচে মঁহবোৰ গৈ সেই গাঁতত পৰি উঠিব নোআৰি তাতে থাকে গোঁৰা চেউৰি এনে সৰু মঁহ হলে মানুহে তুলি আনি আতি কৰি পোহে। আৰু সেই সেই লোকবো অনেক খিনি উপকাৰ হই অৰ্থাত মঁহৰ গাখিৰ খাই তাৰে ঘিউ পগাই গোঁৰা মতা ৩। ৪ বচৰিয়া মঁহ পোআলিবিলাকেৰে হলিয়াকৈহে হাল বাব পাৰে, আৰু তাৰৰ হলে এটাকো হাল বাই কেতিয়াবা মাইকি মঁহেৰেও হাল বাই। আৰু মঁহেৰে কাঠ টনাই ধানো কৰ্হিয়াই কুঁহিয়াবো পেৰে আৰু কেতিয়াবা মানুহো উঠে। বঙ্গাল আৰু আন আন দেসত মঁহৰ চাল সুকাই ইউৰপ আৰু আমেৰিকা দেসলৈ পঠাই দিএ। সেই চাল সিঙ্গেৰে অনেক বস্তু সাজিবলৈ হই দেখি বেপাৰ হই। ৬

মহৰ অনেক গুন সুনা মহা মানি
তথাপি আদৰ তাক ন কৰে অগিয়ানি
খেতি কৰে দুগ্ধ খাই আৰু পগাই ঘ্রিত
ঘিউ গাখিৰ বিক্রি কৰি লই অনেক বিত্ত
জেতিয়া মঁহ আৰু কিচু সবহ হই
দুই একোটা বেচি বেচি তাৰো ধন লই
হাবিৰ পৰা বৰ কাঠ অনাই একোটা
খৰি পোৰে গুৰ পাগে আৰু লগাই খুঁটা
খেতিয়কে তাৰে নৈতে পেৰে কুঁহিয়াৰ
সকলো কৰমতে সাহ মঁহ থাকে তাৰ
এই সকল গুন নে চাই বলি দিএ আনি
মানুহৰ এইটো বিতি কেৱল অগিয়ানি
অনেক উপকাৰ হই ন কৰে বিচাৰ
মানুহৰ এইটো আতি উত্তম সমাচাৰ।



Almanac for February, 1848.

## ফেব্রোআৰি মাহৰ পঞ্জিকা।

খ্রিং অং ১৮৪৮। হিন্দু সংক ১৭৬৯।

| | ফেব্রোআৰি | মাঘ | সূর্য্যোদই | সূর্য্যাস্ত | চন্দ্রাংশ | চন্দ্রোদই |
|---|---|---|---|---|---|---|
| মঙ্গল | ১ | ২০ | ৬।৫১ | ৫।৩৮ | ২৬ | ১।৫৯ |
| বুধ | ২ | ২১ | ৬।৫০ | ৫।৩৮ | ২৭ | ৪।০ |
| ব্রিহস্পতি | ৩ | ২২ | ৬।৪৯ | ৫।৩৯ | ২৮ | ৪।৫১ |
| সুকুৰ | ৪ | ২৩ | ৬।৪৮ | ৫।৪০ | ২৯ | ৫।৩৯ |
| সনি | ৫ | ২৪ | ৬।৪৮ | ৫।৪১ | ০ | চন্দ্রাস্ত |
| দেও | ৬ | ২৫ | ৬।৪৭ | ৫।৪২ | ১ | ৭।১৩ |
| সোম | ৭ | ২৬ | ৬।৪৬ | ৫।৪৩ | ২ | ৮।১৬ |
| মঙ্গল | ৮ | ২৭ | ৬।৪৬ | ৫।৪৪ | ৩ | ৯।১৮ |
| বুধ | ৯ | ২৮ | ৬।৪৫ | ৫।৪৪ | ৪ | ১০।২০ |
| ব্রিহস্পতি | ১০ | ২৯ | ৬।৪৪ | ৫।৪৫ | ৫ | ১১।২৩ |
| সুকুৰ | ১১ | ৩০ | ৬।৪৩ | ৫।৪৬ | ৬ | পুআ |
| | | ফাগুন | | | | |
| সনি | ১২ | ১ | ৬।৪৩ | ৫।৪৬ | ৭ | ০।২৭ |
| দেও | ১৩ | ২ | ৬।৪২ | ৫।৪৭ | ৮ | ১।২৫ |
| সোম | ১৪ | ৩ | ৬।৪২ | ৫।৪৮ | ৯ | ২।২৪ |
| মঙ্গল | ১৫ | ৪ | ৬।৪১ | ৫।৪৮ | ১০ | ৩।২০ |
| বুধ | ১৬ | ৫ | ৬।৪০ | ৫।৪৯ | ১১ | ৪।১১ |
| ব্রিহস্পতি | ১৭ | ৬ | ৬।৩৯ | ৫।৫০ | ১২ | ৪।৫৮ |
| সুকুৰ | ১৮ | ৭ | ৬।৩৮ | ৫।৫০ | ১৩ | চন্দ্রোদই |
| সনি | ১৯ | ৮ | ৬।৩৭ | ৫।৫১ | ১৪ | ৬।১২ |
| দেও | ২০ | ৯ | ৬।৩৭ | ৫।৫১ | ১৫ | ৭।৬ |
| সোম | ২১ | ১০ | ৬।৩৬ | ৫।৫২ | ১৬ | ৭।৫৬ |
| মঙ্গল | ২২ | ১১ | ৬।৩৫ | ৫।৫৩ | ১৭ | ৮।৪৭ |
| বুধ | ২৩ | ১২ | ৬।৩৫ | ৫।৫৩ | ১৮ | ৯।৩৬ |
| ব্রিহস্পতি | ২৪ | ১৩ | ৬।৩৪ | ৫।৫৪ | ১৯ | ১০।২৮ |
| সুকুৰ | ২৫ | ১৪ | ৬।৩৩ | ৫।৫৫ | ২০ | ১১।১৬ |
| সনি | ২৬ | ১৫ | ৬।৩২ | ৫।৫৫ | ২১ | পুআ |
| দেও | ২৭ | ১৬ | ৬।৩১ | ৫।৫৬ | ২২ | ০।৭ |
| সোম | ২৮ | ১৭ | ৬।৩০ | ৫।৫৭ | ২৩ | ০।৫৯ |
| মঙ্গল | ২৯ | ১৮ | ৬।২৯ | ৫।৫৮ | ২৪ | ১।৪৮ |

৫ দিনৰ পুআ ৮ বজাত আমাবাস্যা।
১৯ দিনৰ পুআ ১০।১৫ বজাত পূৰ্নিমা।

**THE ORUN'ODOI,**

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

ত্ৰিতয় চোঙা। মোং সিৱসাগৰ, ফেব্ৰোআৰি, ১৮৪৮ খ্ৰিষ্ট অংজক। নম্বৰ ২।

VOL. III. SIBSAGOR, ASAM, FEBRUARY, 1848. No. 2





## চন্দ্ৰ সুৰ্জ্জৰ গ্ৰহন।

**Eclipses in 1848.**

চন্দ্ৰ গ্ৰহনৰ কাৰন এই। চন্দ্ৰে আপোন পথত প্ৰিথিৱিক ঘুৰোঁতে জেতিয়া প্ৰিথিৱি চন্দ্ৰৰে সুৰ্জ্জৰে মাজত পৰে তেতিয়া প্ৰিথিৱিৰ চাঁই চন্দ্ৰক ঢাকি এন্ধাৰ কৰে, তাতে গ্ৰহন লাগিচে বুলি কই। এই নকচাত চন্দ্ৰ সুৰ্জ্জ আৰু ভুগোলো লিখা আছে। তলৰটো সুৰ্জ্জ, মাজৰটো প্ৰিথিৱি, তাক মেৰোআ আঁক চন্দ্ৰৰ পথ, কলাটো চন্দ্ৰ; সুৰ্জ্জ পচিমলৈ ইগ গে মাটিৰ তলে গতি কৰোঁতে প্ৰিথিৱিৰ চা ওপৰলৈ দিঘলহৈ পৰে। তাৰ ভিতৰে চন্দ্ৰ সোমালত নে দেখা হই।

১৯ মাৰ্চৰ ৰাতি দুপৰ বজাৰ পাচে অৰ্থাত ২০ মাৰ্চৰ পুৱা চন্দ্ৰ গ্ৰহন লগাৰ কথা এই। মানিলাৰ পৰা প্ৰিথিৱিৰ তলৰ কালে সুৰ্জ্জে পচিমলৈ গতি কৰোঁতে প্ৰিথিৱিৰ চাঁয়াও ওপৰে পচিমলৈ গতি কৰিব। চন্দ্ৰো পচিমলৈ গতি কৰিব; কিন্তু তাৰ গতি সৈথিল; সেই নিমিত্তে প্ৰিথিৱিৰ চাঁই ক্ৰমে লগ লৈ আগ বাৰ্হি জাব। ওপৰত প্ৰিথিৱিৰ চাঁ আৰু চন্দ্ৰৰো নকচা লিখা আছে। দুপৰ ৰাতিৰ পৰা সুৰ্জ্জৰ এভাগৰ আৰ হেতুকে চন্দ্ৰত অলপ অলপ ৰঙ্গি পৰিব; কিন্তু তেৰ ঘণ্টা ন হই মানে ঘোৰ চাঁই ন ধৰাত ওপৰৰ নকচাৰ দৰে চন্দ্ৰ ৰঙা হৈ থাকিব। ক্ৰমে চাঁই ধৰি ২ বজাত চন্দ্ৰৰ একাল মান গ্ৰাহ হব; ২॥ ঘণ্টাত গোটেই চন্দ্ৰ চাঁত সোমাই; সেই ৰূপে ৪॥ বজালৈকে চাঁৰ ভিতৰতে থাকিব; তাৰ পাচে ওলাই ৫ বজাত অৰ্দ্ধ চন্দ্ৰ দেখা জাব; ৫॥ বজাত ঘোৰ চাঁ জাত-

ৰিব; পাতল চাঁয়া আৰু ভেৰ ঘণ্টা মান থাকিব।

সুৰ্জ্জ গতি কৰা ন হই, প্ৰিথিবিএহে ঘুৰিচে; কিন্তু মানুহে বুজিবৰ নিমিত্তে সুৰ্জ্জ ঘুৰাৰ কথা সামান্য ৰূপে কঁও আৰু জথাৰ্থ গ্ৰহন অৰ্থাত খোআটো ন হই; ৰাহু কেতুএ চন্দ্ৰক নে খাই; প্ৰিথিবিৰ চাঁইহে চন্দ্ৰক গিলিচে। সুৰ্জ্জকো নে খাই; সুৰ্জ্জ গ্ৰহন লগাৰ কালত চন্দ্ৰেহে তাক ঢাকে।

এই বচৰৰ ভিতৰত চন্দ্ৰ সুৰ্জ্জৰ ৬ টা গ্ৰহন হব, সুৰ্জ্জৰ চাইটা, চন্দ্ৰৰ দুটা, কিন্তু এই অসম দেসত সেই ওপৰে লিখা চন্দ্ৰৰ গ্ৰহন এটা মাথোন দেখা জাব। এই চটা গ্ৰহনৰ কথা তলত ক্ৰমে লিখিচোঁ।

১। মাৰ্চ মাহৰ ৫ দিনৰ পুআ ৬ ঘণ্টা ৪১ মিনিটৰ সময়ৰ পৰা ৯।৫৯ বজালৈকে উত্তৰ আমেৰিকাৰ গ্ৰিনলণ্ড আৰু কানাদা দেসত সুৰ্জ্জৰ গ্ৰহন দেখিব, এই ভাৰত বৰ্ষত নে দেখে।

২।২০ মাৰ্চৰ পুআ অৰ্থাত দেও বাৰৰ দুপৰ নিসাৰ ১।৩৪ ঘণ্টাৰ ভাটি হোআত চন্দ্ৰৰ গ্ৰহন লাগি ৫।২৬ ঘণ্টালৈকে থাকিব।

৩। ৪ এপ্ৰিল তাৰিখত পুআ ৩।৩২ ঘণ্টাৰ পৰা ৬।৪১ ঘণ্টালৈকে দখিন মহা সাগৰত সুৰ্জ্জৰ গ্ৰহন দেখিব।

৪। ২৯ আগষ্ট তাৰিখত পুআ ১।২০ ঘণ্টাৰ পৰা ১।৫২ ঘণ্টালৈকে দখিন সাগৰত সুৰ্জ্জৰ অলপ গ্ৰহন দেখা জাব।

৫। ১৩ চেপ্তেম্বৰ পুআ ১০।৪৯ ঘণ্টাৰ সময়ত চন্দ্ৰৰ গ্ৰহন হৈ সৰ্বগ্ৰাহ হব। ভাটি বেলা ২।২৫ ঘণ্টাত গ্ৰহনৰ অন্ত হব। তেতিয়া জম্বুদিপত দিন হোআ হেতুকে সেই গ্ৰহন ইয়াত নে দেখিব, বিলাইত আৰু আমেৰিকা দেসত দেখা জাব।

৬। ২৭ চেপ্তেম্বৰৰ ভাটি বেলা ১।৫৪ বাজিবৰ পৰা ৫।২৩ বজালৈকে সুৰ্জ্জৰ গ্ৰহন হব। এই দেসত সেই গ্ৰহন নে দেখিব; আমাৰ উত্তৰ কালে হিমালই পৰ্বতৰ সি কালৰ কচিয়া দেসৰ মানুহে দেখিব।

৯ নবেম্বৰৰ ভাটি ৫।২০ বজাত বুধ গ্ৰহ প্ৰিথিবিৰে সুৰ্জ্জৰে মাজে দি জাব। ৮।২ বজাত সেই গ্ৰহ সুৰ্জ্জৰ মাজ পাব; ১০।৪৪ বজাত সুৰ্জ্জ মণ্ডলক এৰি জাব।

## অনেক দেসৰ সম্বাদ।

General Intelligence.

মিৰ্জাপুৰ নামে নতুন এখান ভাপ জাহাজ গঙ্গাত অহা জোআ কৰিবলৈ তৈয়াৰিকৈ থৈচে। তাৰ দিঘলে ১৭০ হাত, প্ৰস্থ ২৬ হাত, বোজ ১৫০০ মোন ধৰে।

বম্বাইৰ এখন সম্বাদ পত্ৰত এই কথা লিখিচে, সোনাপুৰত এজন মানুহ মৰাত তাৰ ঘৈনিএকে সতি জাবলৈ মন কৰিলে কিন্তু বৰকান্দাজে বাধা কৰি ৰাখিলে। পাচে তাই আহি পৈএকৰ এটা হাৰ পাই আন ঠাইলৈ নিলে; তাতে মানুহে জানিচে, তাই সেই হাৰে সৈতে দাহ হব।

ইৰিন নামে জি ভাপ জাহাজ ডিচেম্বৰৰ ডাক লৈ লণ্ডন নগৰ এৰি ঢৌ বতাহত এধা ভগা হৈ উভতি গল। পাচে আন জাহাজত ডাক তুলি দিলত ২৬ জানোআৰিত কলিকতা পালেহি।

খেহ দেসৰ কান্তন নগৰত ইংৰাজি ৬ জন ডেকা মানুহে ৫ ডিচেম্বৰ দেও বাৰত হেৰা খাবলৈ নাৱত উঠি নদিত উজাই গলত গাঁৱৰ লোকে সিবিলাকক ধৰি সকলোকে মাৰিলে। পাচে উভতি নহাত সিবিলাকৰ বন্ধু লোকে সংসই কৰি বিচাৰি বিচাৰি সিবিলাকৰ বৰকৈ কাটি পেলাই থোআ মৰা স পালে। হংকং নগৰত থকা ইংৰাজি গবৰ্নৰ চেৰ জন ডেবিচ চাহাবে এই কথা সুনি বেগাই তালৈ গল, আৰু তাৰ কাৰনে খেহে সৈতে ৰন হব বুলি লোকবিলাকে কই।

পেস্থ নগৰৰ ওচৰত দানুব নদিৰ ওপৰে এটা বৰ দলঙ্গ সাজিচে। তাৰ মাজে পানি জোআ তিনটা বাট আচে; মাজৰ খোঁটালি দলঙ্গ ৪০০ হাত বহল; কাসৰৰ দু খোঁটালি ২০০।২০০ হাত; মুঠে দলঙ্গ ৮০০ হাত দিঘল হব; খৰচ আন্দাজে ৩০,০০,০০০ তেৰ কুৰি লাখ টকা হব।

তুৰুক দেসৰ কুতাৰি নগৰত ১৫০০ সেনা থাকিব পৰা চাৰি চুকিয়া এনে এখান ঘৰ আচিল, ২৭ অক্তোবৰত তাত জুই লাগিলত পানি অনা জন্ত্ৰ অনেক আচিল আৰু হেজাৰ হেজাৰ মানুহে চাই থাকিল, তথাপি কেৱে একো ন কৰাত সকলো পুৰি ভস্ম হৈ গল।

আফ্রিকাৰ দখিন অন্তৰিপ গুড হোপৰ ওচৰত ৫ জন চাহাব এদিন হিৰৈ লৈ দেস চাবলৈ এখান ওখ পৰ্ব্বতত উঠিলত তাৰ দাঁতিত থকা কাফ্ৰিৰ লোকে সিবিলাকক খাপ দি আগচি ধৰি আটাইবিলাকক কাটি মাৰিলে।

যেহেতু সৈতে ৰন হোআ কালত চেৰ হেনৰি পটিঞ্জৰ নামে জি এজন ইংৰাজি প্ৰধান মন্ত্ৰিকে মহা ৰানিএ সেই দেসলৈ পাচিলে, তেঁও যেহেতু সৈতে মিল কৰাৰ পাচে গুড হোপ দেসৰ অধিপতি বাৰ পাই তালৈ গল। এতিয়া সম্বাদ পত্ৰত এই বাত্ৰা লিখিচে, গোড হোপৰ ওচৰত থকা জি আদি বাসি গামবিলাকে ইংৰাজিক ত্ৰকা দি ৰন কৰিচে সিবিলাকে সৈতে দেসাধিপতিএ ৰন কৰি সকলোকে ধৰি কইদত বান্ধি দেস সুখিল কৰিলে। এতিয়া চেৰ হেনৰি পটিঞ্জৰ চাহাবে গবৰ্নৰ বাবে সৈতে মান্দৰাজ দেসৰ অধিপতি হবলৈ মহা ৰানিৰ আগ্যা আহিচে; আৰু তেঁওৰ সলনি চেৰ হেনৰি স্মিথ চাহাব গোড হোপ দেসৰ অধিপতি হব। চেৰ হেনৰি পটিঞ্জৰৰ নক্চা তলত লিখা আচে।



Sir Henry Pottinger, Bart.

চুৰিয়া দেসৰ কোনো বৰ লোকে নাগ মাটি খানিবৰ নিমিত্তে এজন ইংৰাজি মানুহক মাতি তেঁওৰ বুধিৰে বহু নাগ মাটি খানি উলিয়ালে। গাঁত খান্দোঁতে ওপৰৰ মাটি ন খহিবলৈ মাজে মাজে তিলা এৰি এৰি জাই। পাচে ৰনুআ জি মচলমান লোক সিইতে গৰাকিৰ আগত কলে, এই ইংৰাজি মানুহ ন হলে আমি খানি সৰহ কৈ উলিয়াব পাৰিম; তাতে সিইতে অকল তিলা খানি দুই তিনি দিনৰ ভিতৰত আগতকৈ পাঁচ গুন নাগ মাটি পালে; কিন্তু সিইতৰ এনে এক সুভ দিনত ওপৰৰ মাটি খহি পৰি আটাইবিলাকক পুতিলে। এইমান দুখ দেখিও তাত থকা লোকে কাৰন নু বুজি ঈশ্বৰক দোসে, ঈশ্বৰৰ ইচা হোআত মৰিল বুলি কই।

মাত্ৰামৰা নগৰৰ এখান সৰোবৰত এজনি তিৰোতা মানুহে কাপৰ ধোঁতে ৮০০ হাত দুৰ হৈ এজন সেনাই চৰাইক গুলিয়ালত গুলি পানিৰ ওপৰত চেল চেলি খাই সেই তিৰোতাৰ গাত পৰি মাৰিলে।

আমেৰিকা দেসৰ চেইলম নগৰৰ বৰ্বিক নামে এজনি তিৰোতা মানুহ ১৫ বচৰ নৰিয়া হৈ সুব নোআৰে, আৰু এখন্তকো একে ঠৰে থাকিব নোআৰে। বেদনাৰ দোআৰাই হাত ভৰি আদি হাৰ আটাইবোৰ লৰি জোৰাবোৰ কেৰ কেৰাই থাকে; পালেঙ্গিত পিঠি ফালে মুৰটো মাৰি গোটাই খন ঘৰ লৰে; হাত্তেৰে মুৰ আৰু মুখত ভুকুআই ভুকুআই এটা চকু ভাঙ্গিলে। কেতিয়াবা দাঁতৰ আলু মুলকি জাই জেন কৰে, দেখাত ভই লাগে; কেতিয়াবা জিবা কামোৰ খাই, কেতিয়াবা দাঁত-আটি ধৰাত ১০।১৫ দিন মান জোলৰ বাহিৰে একো বস্তু খাব নোআৰে, জি এটা দাঁত সৰা বিন্ধা আচে তাতেহে জোল সুমাই দিএ। তাইক জি দেখে বৰ আচৰিত মানে।

আমেৰিকা দেসৰ চওত বুক্ষোইক গাঁৱত হক্মান নামে এজনি তিৰোতাই ১০৭ বচৰিয়া হৈ এপ্ৰিলৰ ৬ তাৰিখত মিৰ্ত্যু হল। তাইৰ পুত্ৰেক জিএক ১৪ টা; নাতি নাতিয়ান ৬০; পৰিনাতি ১১৫; আৰু পৰিনাতিৰ সৰা চোআলি ২৩ টা আচিল।

আমেৰিকা দেসৰ হেৰিচবৰ্গ নগৰত চক্কেহানা নদিৰ ওপৰে জি কাঠৰ দলঙ্গ আচিল তাক বুইৰে পোৰা হলত নকৈ সাজি এটালে। তাৰ দি-

ৰলে ২৬৬০ হাত, মাজত পানি জোআ ২৩ টা বিল্বা আছে।

২৪ সেই তাৰিখত ফিলাদেলফিয়া নগৰৰ লৰা গোটা চাৰেক হাতত ধৰি লৈ ভেৰা খেদি উমলি থাকোঁতে সিবিলাকৰ মাজৰ সৰু চোআলি এজনি ৰৰকৈ জাঁপ মৰাত অকস্মিতে পৰিএই মৰিল।

পৰ্বতৰ দাঁতিত থকা এটা মানুহত কোনো জনে সুধিলে, তোমাৰ লৰা কেইটা আছে? সি বুলিলে, মোৰ তিনি পো আছে, সিইঁতৰ প্ৰতি জনৰে এজনি ভনি আছে। তেন্তে তাৰ লৰা চোআলি মুঠে কেইটা হল?

---

## জলাপ্লাবনৰ কথা।

Account of the Deluge—Concluded.

গত মাহৰ অৰুণোদইত জলাপ্লাবনৰ বিবৰনৰ জি কথা অৱসেস থাকিল, তাকে এই মাহত দিয় হৈছে; সেই কথাতে আমি জি জি সিকিব পাৰিম তাকে অলপিয়াকৈ তলত লিখি দিছোঁ। ইয়াতে সকলো পাঠক লোকে মন দি চোআ, আগে জেনেকৈ ইস্বৰে মানুহৰ দুষ্ট আচাৰ আৰু কুকৰম দেখি তেঁওৰ ক্ৰোধেৰে মহা প্ৰলই কৰিলে; আৰু জেনেকৈ পৃথিৱিৰ ওপৰত পানিৰে জলাকাৰ হৈছিল, সেই ৰূপে এতিয়ালৈকে একে পাপ কৰমেই জগতত পুনৰ্বাৰ প্ৰবেস হৈ মহা প্ৰলয়ৰ পানিৰ নিচিনা সকলো জগতত বিয়াপি আছে। আৰু তাৰ প্ৰমান এই, মানুহৰ মনত দিনে ৰাতিএ পাপে সোমাই অতিসই ৰূপে কুকৰম জনমাইছে আৰু তাৰ কাৰনে মৰন, দুখ, ক্লেস, অনেক ৰোগে সবিলত পিৰিত প্ৰলই জলৰ নিচিনাকৈ সকলোৰে জাতনা হৈছে। ভাত ৰাজে এঁকাল মাউৰ দেসে দেসে ৰাহিঁ গৈছে। সেই নিমিত্তে আমি জানিব পাৰোঁ জে এতিয়ালৈকে পাপিৰ ওপৰত ইস্বৰৰ অত্যান্ত ক্ৰোধ আছে। তথাপি তেঁও এতিয়াৰ কালৰ মানুহক ৰব এক উপাই দিছে; জেনেকৈ নোহাক প্ৰলয়ৰ জলত প্ৰান ৰাখিবলৈ জাহাজৰ দোআৰাই উপাই কৰিলে, সেই ৰূপে আমাৰ পাপৰ পৰা উধাৰ হবলৈকো তেঁও জগতৰ আদিৰে পৰা নিস্তাৰৰ পথ থিৰ কৰি থৈছে। সেই পথেই হলে প্ৰভু যিচু খ্ৰিষ্ট, জি জন জগতলৈ আহি সকলো সংসাৰৰ পাপৰ ভৰ তেঁও আপুনি লৈ আমাৰ সলনি আৰু আমাৰ পাপৰ মহা প্ৰাচিত হবৰ নিমিত্তে পেৰেকনিত তেঁওৰ সেই প্ৰান ত্যগন কৰি, আমালৈ পৰিত্ৰান দান দিলে; সেই জনেই আমাৰ মহা আস্ৰুই হই। জিবিলাকে তেঁওৰ চৰনত পাপৰ খেমা খোজে, আৰু আগৰ অগনন অপৰাধৰ নিমিত্তে খেদ কৰি তেঁওত বিস্বাস কৰে; সেইবিলাকক তেঁও পৰিত্ৰান কৰি অনন্ত পৰম আয়ুস দিব। কিন্তু জিবিলাকে তেঁওত বিস্বাস ন কৰি তেঁওৰ প্ৰাচিতক হেলা কৰি আপোনাৰ এই সুভাগ্য কাল মিচাই খেদাই; সেইবিলাকৰ ওপৰত তেঁওৰ ক্ৰোধ প্ৰজ্বলিত হৈ অন্তৰ কালত আহিব, তেতিয়া সিবিলাকৰ ৰখ্যা ন হব; কিন্তু সেই সময়ত সকলো মিচা আস্ৰুই লোআবিলাকৰ সন্তাপ হব। আৰু জেনেকৈ ইস্বৰৰ ক্ৰোধ আগৰ মানুহৰ ওপৰত থকাত সেই সকলোকে পানিৰে সংহাৰ কৰিলে, সেই ৰূপে তেঁওৰ মহা ক্ৰোধ প্ৰকাস হবৰ আৰু এটা দিন তেঁও ৰাখি থৈছে। কিন্তু আগৰ নিচিনাকৈ মানুহক আন জাতনাৰে সংহাৰ কৰিব এনে ন হই। তেতিয়া তেঁও একে বাৰে উবাৰ কৰি পৃথিৱিৰ পৰা গুচাব। সেই দিন এনেকৈ আহিব। ওপৰত মই জি প্ৰভু যিচু খ্ৰিষ্টৰ কথা লিখিছোঁ, জেনেকৈ মানুহে পাপৰ উধাৰ হবৰ নিমিত্তে তেঁওৰ প্ৰান দিবলৈ আহিল, তেনেকৈ আকও আহিব, তথাপি সেই ৰূপে দুখ ভুঞ্জি পাপিৰ হাতত প্ৰান ত্যগন কৰিবলৈ নাহিব। কিন্তু অতি মহিমাৰে আৰু সূৰ্জতকৈও মহা প্ৰতাপিৰে সকলো দুত আৰু সাধুবিলাকক লগত লৈ মেঘৰ ওপৰত বহি আহিব। তাতে তেঁওৰ পৰম দুত গনে মহা সবদ হোআ ভেঁৰি বজাব; তেতিয়া সমুদাই মিত্যু লোকে সেই বাদ্যৰ মাত সুনি আগৰ সৰিল আৰু নিজ আত্মাৰে সংজোগ হৈ উঠিব। আৰু সুৰ্জ চন্দ্ৰ সকলো নখ্যত্ৰবিলাক গুচিব। জগত খন অগ্নিৰে ভষ্ম কৰিব। তেতিয়া তেঁও আপোনাৰ সোধ আসনত, অৰ্থাত তেঁওৰ জোতিৰ্ময় সিংহাসনত বহি জিবনৰ পুথি মেলি মানুহৰ নিজ নিজ কৰমৰ দৰে সোধ কৰি আপোন আপোন প্ৰতি-

ফল দিব। সেই সময়ত পাপি লোকৰ মহা বিয়াকুল আৰু বিলাপ হব। কিয়নো তেঁও মানুহৰ মুখলৈ চাই সোধ ন কৰে কিন্তু মনৰ আৰু গুপুত কৰমৰ সোধ কৰি ৰজা প্ৰজা সকলোকে একে চাইতে জাতনা দিব। তাৰ পাচে সাধুসৱক অনন্ত অজৰ অমৰ সুখ, জতে সোক জাতনা ক্ৰন্দন ন হব সেই পৰম থানত নিবাস দি ৰাখিব। তেতিয়া সিবিলাকৰ ওপৰত সুৰ্জ্জে আৰু চন্দ্ৰে পহৰ কৰিবলৈ প্ৰয়োজন নাই, কিন্তু পৰম ইশ্বৰে সিবিলাকক পহৰ দিব। আৰু জিবিলাক পাপি সিহঁতৰো অনন্ত নৰকত জতে জুই আৰু গন্ধক, আৰু জতে সিহঁতৰ জাতনা ওৰ ন পৰিব এনে ঠাইত ভাগ দিব; তাতে সিহঁতে দুখ পাই মৰনক বিচাৰিব, কিন্তু মৰন সিহঁতৰ পৰা পলাব। সেয়ে ইশ্বৰৰ আহিব লগা ক্ৰোধ, আৰু সেই সময়ত কোনো পাপিএ ইশ্বৰৰ হাতৰ পৰা পলাই সাৰিব নোআৰে কিন্তু সকলোৰে ওপৰত তেঁওৰ সেই ক্ৰোধ মহা অগ্নিৰ নিচিনাকৈ জলি সদা সৰ্ব্বদাই জিৱনি নো হোআকৈ ঘোৰ জাতনা ভুঞ্জাব।

সুনিওক জগতৰ সৰ্ব্ব নৰগন,
ক্ৰিতাঞ্জলি কৰি মই কৰোঁ নিবেদন;
দেখা দেখা বন্ধু সব ভাবিয়া মনত,
সমস্ত সংসাৰ প্ৰানি ডুবিচে পাপত,
দুৰাচাৰ হৈয়া সবে কৰে নানা পাপ,
সেকাৰনে প্ৰজ্বলিত ইশ্বৰৰ সাপ।
ইহাৰ প্ৰমান সবে জানিবা নিশ্চই,
ৰোগ, দুখ, ক্লেস সবিলত অতিসই;
কিন্তু পৰকালৰ গতি কিহৰ বিলাই
নে ভাবিয়া থাকে সবে তাক সমুদাই।
অল্প দিন ভোগ হেতু তাৰ প্ৰয়োজন,
মিৃত্যু হলে সঙ্গে কাৰো নাহি জাব ধন,
জন্মিলে মৰন আচে জানা সৰ্ব্বজন,
মৰনান্তে স্বৰ্গে কিবা নৰকে গমন।
সত্যাস্ৰই বিনা কোনো স্বৰ্গে নাহি জাব
অধো মুখ হৈয়া ঘোৰ নৰকে পৰিব;
তাহাতে পৰিলে ভাই ৰথ্যা নাহি কাৰ,
কান্দিব অনন্ত কাল কৰি হাহাকাৰ।
তই কৰা হে বন্ধুন পৰিবা তাত
সত্য পথ বিচাৰিয়া সাৰিও হে হাত;
বিচাৰ কৰিয়া দেখা সৰ্ব্ব নৰ গন,
আহিচিলে এজগতে সত্য মহাজন।
নামে যিচু খ্ৰিষ্ট অধিকাৰ জিৱনৰ
অৱতাৰ হৈলা দেহা ধৰি মনুস্যৰ;
আস্ৰই কৰা হে খ্ৰিষ্টত কাল বৃথা জাই,
খ্ৰিষ্টৰ চৰন বিনা নাহি অন্যোপাই। ন.ল

---

## বুৰা মানুহ এটা মৰাৰ কথা।

**Death of an old Man.**

বৰ্ত্তমান মাহৰ ৭ তাৰিখে সোম বাৰৰ দিনা বেলি এঘাৰে বজাৰ সমইত অতি বয়সিআ বুৰা মানুহ এজন পাদুৰি কটৰ সাহাবৰ টোলত মিৃত্যু হল। এই কথা লিখাজনে তাৰ মৰনৰ এক সপ্তাহৰ পুৰ্ব্বে তাৰ ঘৰলৈ গৈ সুধিলে বোলে, আপ, তোমাৰ বয়স কিমান হৈচে? সি উত্তৰ দিলে বোলে, মই কব নোআৰোঁ কিয়নো লেখ বুজ একো নে জানোঁ, তথাপি মটকত জেতিয়া চেকনি ধৰা ৰন হই তেতিয়া মই আন্দাজ আঠ বচৰিয়া লৰাৰ মান ডাঙৰ তাকেহে জানোঁ, তেতিয়াৰ পৰা এতিয়ালৈকে বা কিমান বচৰ হল মই তাৰো বুজ নে পাও।

আৰু ধৰমৰ কথা সুধিলতো তোমাক পাপৰ পৰা কোনে নিস্তাৰ কৰিব পাৰে চৰুপ ইশ্বৰ কোন ইয়াৰ বুজ পোআনে? সি বোলে, যিচু খ্ৰিষ্টে চৰুপ ইশ্বৰ তেঁওএ মানুহক নিস্তাৰ কৰিব পাৰে আৰু ময়ো তেঁওকেহে চিন্তি আচোঁ। এই কথা তাৰ মুখৰ পৰা সুনাত, এনে ভাবনা আহে জদি সি মনে চিতে সৈতে চৰুপকৈ খ্ৰিষ্টত বিশ্বাস কৰিচে তেন্তে পাপৰ মোচন পাব, কিয়নো আমাৰ প্ৰভু অতি দায়ালু। আৰু সি জিয়াই থাকোঁতে ভকতবিলাকৰ মুখে খ্ৰিষ্টৰ কথা অনেক দিন সুনিলে, আৰু কেতিয়াবা কেতিয়াবা প্ৰভুলৈ আঠু কৰ্হাও দেখিচোঁ, ইয়াতে মোৰ আসা জন্মে কি জানি সি বিশ্বাস কৰিব পাই।

সেই মানুহটো অনেক বচৰৰ পৰা তাৰ ভাগিনিএকৰ লগত আচিল, পাচে ভাগিনিএক মৰিলত সেই বুৰাৰ প্ৰতি পালৰ আৰু আন আস্ৰই নাই দেখি তালৈ সাহাবৰ মৰম লাগি সি থাকিবলৈ

এটা নক ঘৰ সাজি দিলে আৰু থাবলৈকো মাহে মাহে এটকা ৰূপ নিৰিখ কৰি দিলে, তাৰেই সি প্ৰবৰ্ত্তি আছিল। দেখা বিদেসি মানুহ হৈ ইমান মৰম কৰিলে, কিন্তু আপোন দেসিবিলাকে তাৰ অন্ত কালত পানি এটুপি দিবলৈকো ওচৰলৈ নাহিল, আৰু তাৰ জি জি আছিল, ৰাতি আটাই থনি চুৰকৈ নিলেহে, এনে মৰম নাইকিযা সি নৌ মৰোঁতেই তাৰ গাত জি কাপৰ আছিল তাকো বথলিয়াই নি জাৰত তাক নিচলাকৈ থৈ গল। আৰু আন এঘৰৰ ঘৰত থৰ খোজাত তাক ঘিনালে, সাহাবে কৈছিলে বোলে, তোমাৰ ঘৰত থৰ নে লাগে বেলেগে ঘৰ সাজি দিম, তাতে তুমি তাক পানি পোতনি টোপা দি অৰ্থাত সি জি থাব পাৰে তাকে দি ন মৰে মানে তাক অলপ চেষ্টা কৰি থাকিবা, এই বুলি কুলি লগাই সেই মানুহৰ ঘৰৰ মুৰতে হাত চেৰেক থৰ জোৰা দিয়াত তাৰ তিৰোতাই সেই কথা বুজ পাই ৰবকৈ এৰাও কৰিব ধৰিলে, আৰু কলে বোলে, জদি সেই বুৰাক সাহাবে আমাৰ ওচৰত থই তেন্তে আমি তাত নে থাকোঁ, এই ৰূপে ৰবকৈ চিঞৰিব ধৰাত নিবলৈ ন হল; কিন্তু সাহাবে আন এটা মানুহক তাৰ লগত পৰ দি থাকিব দিলে পাচে দুই দিন মান থাকি বুৰাও মৰিল আৰু খ্ৰিষ্টিয়ানবোৰে তাৰ মৈদাম বান্ধিলে। ম.



## বলদ গৰুৰ বিবৰন।

The Ox.

গৰু প্ৰাই সকলো দেসত আছে, কিন্তু ইউৰপতে আমেৰিকাতে অতি ভাল জাতৰ গৰু পোৱা জাই, আৰু সেই দেসৰ গৰুবোৰ অসম দেসৰ মঁহবোৰৰ মান ডাঙ্গৰ। তিনি চাৰি বচৰিয়া বলদ গৰুটেৰে হলে ওৰে দিনটো বন কৰাব পাৰি; অসম দেসৰ মঁহবোৰতকৈও তাৰ বল সৰহ। ইংলণ্ড দেসত আগেএ ভাল বলদ গৰু একোটাত ১০০ এস টকা মান দাম আছিল। হাল বাবলৈ আৰু ৰথ, কাঠ আদি কৰি টনাবলৈ সেই জন্তু বৰ ভাল। বঙ্গালৰ আৰু হিন্দুস্থানৰ গৰুবোৰ ইউৰপৰ গৰুতকৈ সৰু কিন্তু অসম দেসৰ গৰুতকৈ ডাঙ্গৰ। সেই দেসবোৰত আৰু মান দেসতো গৰুৱে ৰথ সৰহকৈ টনাই আৰু অনেক লোকে গৰুৰ গাঁৰিতহে উঠি ফুৰে। হিন্দুস্থানৰ গৰুবোৰৰ ডাঙ্গৰ চুট আছে, ইউৰপৰ গৰুবোৰত হলে সিমান ডাঙ্গৰ চুট নাই। অনেক ৰৰনিয়া গৰু আছে, তথাপি কোনো কোনো লোকে ৰগা, ৰঙ্গা ৰৰনিয়া গৰুক আন ৰৰনিয়াতকৈ নৰম বোলে। ১৫। ১৬ বচৰৰ পৰা গৰুবোৰ আৰু নে বাৰ্হে। তাৰ দাঁত চাএই বয়স কিমান হৈছে জানিব পাৰি। তলৰ দাঁতৰ সাৰিতে মাঁহ চিজা দাঁত আঠোটা থাকে, বয়স দহ মাহ হলেই সোঁ মাজৰে দুটা দাঁত

নবে তাতে আৰও নকৈ দুটা গজে, সেই দুটা আগত কৈও ভালহে কিন্তু সিমান বগা ন হই। বয়স সোল মাহ হলে সেই দাঁতৰ দুই কোনবে আৰও দুটা নবে তাতো নকৈ দুটা গজে; এই ৰূপেই চ মাহ চ মাহৰ মুৰত আঠৈ বচৰলৈকে দুটা দুটা সৰি দুটা দুটা গজি থাকে; তেতিয়া অলপ বুৰা হই দাঁতবোৰ লাহে লাহে কলা পৰি, দিঘল চুটি হৈ জাই, তাতে দাঁতৰ বলো কম আৰু সমান নো হোৱাত বন খাঁহ আদি চিঙ্গি চোবাই খাব নোআৰাত বচৰি বচৰি খিনাই খিনাই একো ৰোগ নো হোআকৈও মৰি থাকে। দাঁততকৈ সিঙ্গত গৰুৰ বয়স ভালকৈ জানিব পাৰি। ৪ বচৰত সিঙ্গৰ গুৰি ভোখৰ ডাঠ আৰু নিমজ হই; ৫ বচৰত কিচু মান সিঙ্গ জোৰ ডাঙ্গৰ হই আৰু ৰূবপো লই, আৰু সি ন মৰে মানে সিঙ্গত বচৰি বচৰি এক এক ৰূপ বাৰ্হি জাই। এই হেতুকে পুৰ্ব্ব চাৰি বচৰে সৈতে সিঙ্গৰ ৰূপ লেখিলেই গৰুৰ বয়স ঠিককৈ জানিব পাৰি। কেতিয়াবা কেতিয়াবা গৰু বেচা দুৰ্জ্জন মানুহে গৰুৰ বয়স অলপ বুলি জানিবলৈ সিঙ্গৰ ৰূপ চেবেক চিনিব নোআৰাকৈ চাঁচি থই।

বঙ্গাল আৰু হিন্দুস্থান আন আন দেসতো মহৰ নিচিনাকৈ গৰুবোৰৰ নাক বিন্ধি নাকি লগাই, জেনেকৈ ঘোঁৰাত উঠি লেগামেৰে সৈ ফুৰাই তেনেকৈ মানুহে গৰুতো উঠি দিনটত ১৫। ২০ ক্রোচ মান কেতিয়াবা কেতিয়াবা ফুৰে। আগৰ কালত ইংলণ্ডৰ ডাঙ্গৰ লোকে ভতৰা গৰু আৰু এক জাতৰ অতি চোকা কুকুৰ পোহে, পাচে বচৰি বচৰি গৰু কুকুৰ দুইকো জুজ লগাই তাকে ৰঙ্গ বুলি ৰজাকে আদি কৰি অনেক মানুহ চাবলৈ জাই, কিন্তু সেই মেলেচৰ দস্তুৰ এতিয়া এৰিলে। ইস্পানিয়া দেসত হলে এতিয়ালৈকে বচৰি বচৰি নিৰ্দ্দয়া ৰূপে ভতৰা গৰু ঘোঁৰা মানুহে সৈতে জুজাই ঘোঁৰা গৰু অনেক মাৰি কেতিয়াবা কেতিয়াবা মানুহো মাৰে। এনে কুকৰ্ম্ম ৰঙ্গ তামচা বুলি ত্রিচ চলিচ হেজাৰ মান মানুহে ৰজা কুঁৱৰি কুকনকে আদি কৰি তাকে চাবলৈ চাপে।

স্কটলণ্ড দেসৰ লাগন গাঁৱৰ ওচৰত জেবোআ বেৰ নি দিয়াকৈ অনেক খেতি পথাৰ বাৰি আচিল তাতে থকা এজনে লাহাৰৰ গৰুৰ জাকত এটা অতি চিকন সিঙ্গ নাইকিয়া ভতৰা গৰু আচিল সেই গৰুবোৰ লোকৰ পথাৰলৈ নে জাবৰ কাৰনে এটা লৰা গৰখিয়া দিলে কিন্তু লৰাটো বৰ সৰপা সি টোপনিয়াই সুই সুই থাকে, পাচে গৰুবোৰে ধান খাবলৈ জোআত খেতিয়কে সহিব নোআৰি গৰখিয়াক সাস্তি কৰে তাতে তাৰ বৰ খঙ্গ উঠি এচাৰি এডাল হাতত লৈ সি মাৰ মৰা কোনোটো গৰু বাহিৰ হলেই পাৰে মানে মৰিআই ওভোতাই আনে। তেতিয়া এই অপৰাধতে গৰুবোৰৰ এনে দুৰ্গতি হৈচে বুলি সেই ভতৰা গৰুটে জানি গৰুবোৰ জাব খুজিলেই সি আগচি আনে তাতে জদি কোনোটো সিমা পাৰহৈ জাই- এই তাক সি মুৰেৰে খুন্দিয়াই খুন্দিয়াই সাস্তি কৰি আনেগৈ, আৰু গৰুও দেখি তাৰ পৰা নে জাবৰ কাৰন সি আন পথাৰলৈ কেতিয়াও নে জাই তেতিয়া ভতৰাটে গৰু জাক এনে ভালকৈ ৰখা দেখি খেতিয়কে গৰখিয়াটো তাৰ পৰা নি আন বনত লগালে।

ইউৰপিয়া ভতৰা গৰুবোৰ অতি খঙ্গাল; বান্ধি ন থলে মানুহক ৰৰকৈ খেদি খেদি খুঁচিবলৈ জাই। এজন খেতিয়কৰ অতি খঙ্গাল এটা ভতৰা গৰু আচিলে, তাক লোৰ সিকলিৰেহে সদাই বান্ধি থই। জেতিয়া পানি খুআবলৈ নিএ ৰখিয়াই সিকলিত ধৰি বুধিএৰেহে লৈ জাই। পাচে খেতিয়কৰ ভায়েকে সেই ভতৰা গৰুক কেতিয়াবা জোকালত সি তাক নিচেই দেখিব নোআৰে। জেতিয়া নিলগত দেখে হেঁাকৰনি মাৰি সিঙ্গেৰে মাটিত খুম মাৰি মাটিবোৰ দলি মাৰি মাৰি পঠাই। আৰু সেই মানুহত তাৰ চকু পৰিলেই অতিসই খঙ্গেৰে জেন খোঁচ মাৰি মাৰিব গৈএই এনে ভই দেখুআই থাকে। এদিন পানি খুআবলৈ নিয়াত সেই মানুহক কেনেবাকৈ সি দেখা পাই খুঁচিবলৈ দুবেলিও চল চাই চাই জাঁপ মাৰিচিল, তথাপি ৰখিয়াৰ কাৰনে এৰাই জাব নোআৰিলে। পাচে এক ৰাত্তি সেই দেসত কোনোএ নে দেখা নুসুনা অতি ভয়ঙ্কৰ ধুমুহা, মেঘ গাজনি আৰু ঘনে ২ বিদুলি হৈচিল; দহ হেজাৰ বৰ টোপৰ সৰদৰ নিচিনা মেঘে গাজিচিল

আৰু বিদুলিৰে আকাস গোটেই খন জুইৰ নিচিনা প্ৰজ্বলিত হল। সেই সময়ত ভতৰাই অতি ভই পাই ৰবকৈ বেৰাই ঘূৰি ফুৰিচিল। সি থকা গোহালিত বেৰ নাইকিয়া দেখি গিৰিইতে ভাবিলে জে কি জানি সি বিদুলি দেখি ভই কৰিচে, সেই নিমিত্তে তাক ঊঁৰালৰ ভিতৰলৈ সুমাবলৈ নগৰ মানুহবোৰক আগ্যা দিলে তথাপি ইমান অন্ধকাৰ নিসা মেঘৰ গৰ্জ্জনি তাতে বিদুলি দেখি কোনো মানুহ জাবলৈ সাহ ন কৰিলে। তেতিয়া তাৰ ভায়েক ৰব মৰমিয়াল মানুহ আৰু গৰুটৰ দুখ দেখি সি গৈ তাৰ ওচৰ পাই চালে দেখে সি কঁপি কঁপি পৰি আচে, আৰু তাৰ নাক সিকলিৰে চুচি ঘা লগাই থৈচে, কিয়নো সি চিঙ্গি জাব পাৰোঁ বুলি ঘূৰি ঘূৰি বল দিচিলে। তেতিয়া তাৰ সত্ৰুক দেখিও আগৰ নিচিনাকৈ খঙ্গ নুঠিল আৰু ৰব ৰঙ্গহে পালে। তেতিয়া নিয়ম ৰূপে তাৰ পাচে পাচে গৈ ভিতৰ সোমালগৈ। ৰাতি পুআলত তাক আৰুও সেই মুকলি গোহালিলৈ আনিলে; তেতিয়া সি দেখিব নোআৰা সেই মানুহটোৰ ওচৰলৈ জোআত আন খোনৰ নিচিনাকৈ হোঁকৰি থুম মাৰি মাটি নি সিচিলে। তাতে সি ভাবিলে জেন কালি ৰাতি মই মৰম কৰিলোঁ সেয়ে ইয়াৰ মনত আচে, সেই কাৰনেহে তাৰ ওচৰলৈ মোক জাব দিচে। সেই দিনাৰে পৰা তাক জোকাই খেমালি কৰিবলৈ আৰু মুৰত থপিয়াবলৈ দিলে, জেতিয়া সি তাক চাবলৈ জাই ভতৰাই ৰব ৰঙ্গ দেখুআই আৰু সেই মানুহক জেনেকৈ তাৰে সৈতে খেমালি কৰিব দিএ আন কোনো মানুহক তেনেকৈ নিদিএ। §



Almanac or March, 1848

## মাৰ্চ মাহৰ পঞ্জিকা।

খ্রিং অং ১৮৪৮। হিন্দু সঁক ১৭৬৯।

| | মাৰ্চ | ফাগুন | সূৰ্য্যোদয় | সূৰ্য্যাস্ত | চন্দ্ৰাংশ | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| বুধ | ১ | ১৯ | ৬।২৮ | ৫।৫৮ | ২৫ | ২।৪১ |
| ব্ৰিহস্পতি | ২ | ২০ | ৬।২৭ | ৫।৫৮ | ২৬ | ৩।২৯ |
| সুকুৰ | ৩ | ২১ | ৬।২৬ | ৫।৫৯ | ২৭ | ৪।১৮ |
| সনি | ৪ | ২২ | ৬।২৫ | ৫।৫৯ | ২৮ | ৫।৪ |
| দেও | ৫ | ২৩ | ৬।২৪ | ৬।০ | ০ | চন্দ্ৰাস্ত |
| সোম | ৬ | ২৪ | ৬।২৩ | ৬।০ | ১ | ৭।১ |
| মঙ্গল | ৭ | ২৫ | ৬।২২ | ৬।১ | ২ | ৮।৬ |
| বুধ | ৮ | ২৬ | ৬।২১ | ৬।১ | ৩ | ৯।১০ |
| ব্ৰিহস্পতি | ৯ | ২৭ | ৬।২০ | ৬।২ | ৪ | ১০।১৫ |
| সুকুৰ | ১০ | ২৮ | ৬।১৯ | ৬।৩ | ৫ | ১১।১৮ |
| সনি | ১১ | ২৯ | ৬।১৮ | ৬।৪ | ৬ | পুআ |
| দেও | ১২ | ৩০ | ৬।১৬ | ৬।৪ | ৭ | ০।১৯ |
| | | চত | | | | |
| সোম | ১৩ | ১ | ৬।১৫ | ৬।৪ | ৮ | ১।১৬ |
| মঙ্গল | ১৪ | ২ | ৬।১৪ | ৬।৫ | ৯ | ২।৮ |
| বুধ | ১৫ | ৩ | ৬।১৩ | ৬।৫ | ১০ | ২।৫৪ |
| ব্ৰিহস্পতি | ১৬ | ৪ | ৬।১২ | ৬।৬ | ১১ | ৩।৩৯ |
| সুকুৰ | ১৭ | ৫ | ৬।১১ | ৬।৬ | ১২ | ৪।২২ |
| সনি | ১৮ | ৬ | ৬।১০ | ৬।৭ | ১৩ | ৪।৫৯ |
| দেও | ১৯ | ৭ | ৬।৯ | ৬।৭ | ১৪ | চন্দ্ৰোদই |
| সোম | ২০ | ৮ | ৬।৮ | ৬।৮ | ১৫ | ৬।৪৩ |
| মঙ্গল | ২১ | ৯ | ৬।৭ | ৬।৮ | ১৬ | ৭।৩২ |
| বুধ | ২২ | ১০ | ৬।৫ | ৬।৯ | ১৭ | ৮।২৩ |
| ব্ৰিহস্পতি | ২৩ | ১১ | ৬।৪ | ৬।৯ | ১৮ | ৯।১৩ |
| সুকুৰ | ২৪ | ১২ | ৬।৩ | ৬।১০ | ১৯ | ১০।৫ |
| সনি | ২৫ | ১৩ | ৬।২ | ৬।১০ | ২০ | ১০।৫৬ |
| দেও | ২৬ | ১৪ | ৬।১ | ৬।১১ | ২১ | ১১।৪৩ |
| সোম | ২৭ | ১৫ | ৬।০ | ৬।১১ | ২২ | পুআ |
| মঙ্গল | ২৮ | ১৬ | ৫।৫৯ | ৬।১২ | ২৩ | ০।৩২ |
| বুধ | ২৯ | ১৭ | ৫।৫৮ | ৬।১২ | ২৪ | ১।২১ |
| ব্ৰিহস্পতি | ৩০ | ১৮ | ৫।৫৭ | ৬।১৩ | ২৫ | ২।৭ |
| সুকুৰ | ৩১ | ১৯ | ৫।৫৬ | ৬।১৩ | ২৬ | ২।৫৩ |

৫ দিনৰ ভাটি ৭।৩৫ বজাত আমাবাস্যা।

২০ দিনৰ পুআ ৩।২৮ বজাত পুৰ্নিমা।

১৯ তাৰিখ দেও বাৰৰ ৰাতি মানিসাৰ পৰা পুআলৈকে চন্দ্ৰৰ গ্ৰহন লাগিব।

*The* Orunodoi, *Published Monthly by* O. T. Cutter, *at the Am. Bap. Mission Press, Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

ত্ৰিতিয় চোঙা। মো° সিৱসাগৰ, মাৰ্চ, ১৮৪৮ খ্ৰিষ্ট অং সঁক। নম্বৰ ৩।

VOL. III. SIBSAGOR, ASAM, MARCH, 1848. No. 3.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

কলিকত্তা নগৰত ৬ ফেব্ৰোআৰি দেও বাৰত দুটা লৰাই হিলৈৰে ওমলোঁতে এটাই হিলৈ মাৰি ওচৰত থকা এজনি চোআলিৰ গাত গুলি লাগি মৰিল।

২০ ফেব্ৰোআৰি তাৰিখৰ ভাটি বেলা ৫ বজাত কলিকত্তা নগৰত ভুঁইকঁপ গল।

মানুহক অচেতন কৰা ক্লৌৰোফৰ্ম নামে এবিধ দৰৱ জানি ডক্তৰ লোকে এতিয়া গাত দুখ নি দিয়াকৈ ডবি হাত আদি সকলো কাটি গুচাব পাৰে। মাইনপুৰিত থকা এজন মানুহ আপোন ঘাতি হবলৈ ডিঙ্গি কাটিলে, কিন্তু ন মৰিল, তিনি মাহ মানত ঘা সুকাই গল, তথাপি নেলিত এটা বিস্কা থাকিল। তাতে চিম্চন নামে এজন ডক্তৰ চাহাবে ১০ ফেব্ৰোআৰিত সেই মানুহক ক্লৌৰোফৰ্ম থুআই অচেতন কৰিলে, পাচে বিস্কা ঢাকিবলৈ ঘাৰ তলে চাল এডোখৰ কাটি তুলি বিস্কাৰ ওপৰত সি থলে। কৰি এঁটালত সেই মানুহে সাৰ পাই একো দুখ নে পালোঁ বুলি কলে।

২৫ জানোআৰি তাৰিখত লাহোৰ নগৰৰ কইদি লোক ৬০ জনে বৰ্কান্দাজ এটাক মাৰি কাটকৰ পৰা ওলাই গল। পাচে চিপাহিএ সিইতক খেদি গৈ ৪৫ জনক ধৰিলে, সি পোস্কেৰেটাক খুন কৰিলে, তাৰ মাজৰ চাইটা মৰিল।

অজুল বজাই কম্পানিৰ অহিতে দ্ৰোহ কৰি সৈন্য চপাইচে, ইয়াকে সুনি মান্দ্ৰাজৰ ৩০০ চিপাহি গৈ তাৰে সৈতে ১৫ ফেব্ৰোআৰিত জুধ কৰি তাক ধৰি আনিলে।

খেহে সৈতে ৰন হব বুলি সংসই কৰি কম্পানিৰ অনেক জাহাজ আৰু সেনা সেনাপতিএ তালৈ গৈ গৈ গোট খাই আচে।

৩০ জানোআৰিত এক্কিন নামে জৰ্মানি দেসৰ এখান জাহাজ মগ দেসৰ দাঁতিএ জাঁওতে সিলত লাগি একে বেলিএই ভাগি ভল গল। তাৰ মানুহবোৰে সক নাৱত উঠি সকলো ৰখ্যা পৰিল।

জাবা মাজুলিত অনেক ভুঁইকঁপ গলত ৪ ডিচেম্বৰৰ ৰাতি পুআত চাই ব্ৰিষ্টি হল; পাচে ভাটি বেলাত ৰৰখুন আৰু গন্ধক পৰি ৰাহিৰৰ ৰনুআৰিলাকৰ কাপৰত দম খাই গন্ধকৰ চেকা লাগিল।

জাপান মাজুলিৰ ওচৰৰ সাগৰত লৰঞ্চ নামে এখান আমেৰিকান জাহাজে তিমি মাচ বিচাৰোঁতে ১৮৪৬ সঁকৰ ২৭ মেই তাৰিখৰ ৰাতিত খুন্দা খাই লাগি ভাগিল। তাৰ আঠোটা মাখোন মানুহ নাৱত উঠি ৭ দিন ৰাই ৰাই জাপান মাজুলি পালেগৈ। বাম উঠিলত সেং ঠাইৰ গাঁৱলিয়াবিলাকে অস্ত্ৰ সস্ত্ৰ লৈ সিবিলাকক ধৰি এখোঁটালি সৰু বন্দিসালত সুমাই থলে। তাৰ পৰা ১১ মাহৰ ভিতৰত এদিনো ৰাহিৰত ফুৰিবলৈ পোআ নাই; এজনে পলাবলৈ ধৰাত তাক মাৰিলে। জাপান লোকে সিবিলাকক ইংৰাজি বুলি ভাবি সিবিলাকৰ কথা স্বৰূপ বুলি নে মানিলে, পাচে আমেৰিকাৰ মানুহ হই বুলি জানি মেলি দেসৰ পৰা পঠাই দিলে।

ইংলণ্ড দেসৰ হাৰ্ফৰ্দ নগৰৰ ওচৰত লৰ্ড হাৰোৱিৰ ১৭ বচৰিয়া নাতিনিএকে ১০ ডিচেম্বৰত জুইৰ কোনৰত থিয় হৈ থাকোঁতে তেঁওৰ কাপৰত জুই লাগিলত এটাহ পাৰি কান্দি তেওঁ পৰাত

তেঁওৰ দমায়েকে সাৰট মাৰি ধৰি সুমেৰে জুই নুমালে, কিন্তু ৰৰকৈ পোৰাত এদিন মাথোন জিলে।

ফ্ৰাঞ্চি ৰজাই ইংলণ্ডৰ মহা ৰানিক এটা সুন্দৰ কুকুৰ পঠাই ভেঁটি দিলে। সেই কুকুৰ বৰ চোকা হোআত সিকলিৰে বান্ধি ৰাখে, কেতিয়াও মেলিব নোআৰে। মহা ৰানিএ এদিন তাক চাবলৈ গৈ, থাৰ বুলি নে জানি, তাৰ গাত হাত ফুৰাওতে কুকুৰে হাতত কামোৰ মাৰি দিলে। পাচে তাক আৰু নে ৰাখি বনৰিয়া জন্তু থকা এখন পছু গঁৰালৰ গৰাকিক দিলে।

৪। ৫ ডিচেম্বৰৰ তাৰিখত ইংলণ্ডক মেৰাই থকা সাগৰত বৰ তুফান ধুমুহা বতাহ হৈচিল, তাতে ১০। ১২ খন বৰ জাহাজ নষ্ট হল, আৰু অনেক মানুহ মৰিল।

ইংলণ্ড দেসত জানোআৰি ১৪ তাৰিখত লৰ্ড পৰিচ চাহাব আপোনাৰ পুতেক আৰু আন মানুহ জন চাৰেকে সৈতে চিকাৰ কৰোঁতে এটা ভৰিক চৰাই উৰি জোআত পুতেকে তাক গুলিয়ালে; কিন্তু বাপেক পোন হৈ থকাত নে দেখাকৈ গুলিয়ালত তেঁওৰ গাত লাগিল। পাচে তিন দিন জিয়াই থাকি বৰ বেদেনা পাই মিৃত্যু হল।

ইংলণ্ড দেসত এলেক্সেগি নামে ৫ হাত ৩ আঙ্গুল ওখ, আৰু ৫ মোন ১৭ সেৰ গধুৰ হোআ এনে একজন মানুহ গাঁও ফুৰি লোকবিলাকক আপোনাক দেখাইচে।

নৱেম্বৰ ২৮ তাৰিখত লণ্ডন নগৰত হাৰিচ নামে একজন দৰ্জিএ আপোনাৰ লৰাক ওমলাওতে ছিলৈৰ থাৰ তাকৰকৈ আলিয়ন দি এমুৰে জুই লগাই দিয়াত জি থাবৰ টেপু হাতত আচিল তাত জুই অকস্মাত পৰিলত হটুৱাই ফুটি সেই মানুহৰ সোঁ হাত চিঙ্গি নিলে, এটা লৰাৰ মুখো বৰকৈ পুৰিলে, আৰু ঘৰৰ আৰ্চি দুআৰো ভাগিল।

মদ্‌লি গাঁৱৰ ওচৰত এক তিৰোতা মানুহৰ সক জিএকে কিছু বস্তু চুৰকৈ নি মিঠৈ কিনিলে, মাকে ইয়াকে বুজ পাই খঙ্গ কৰি জুইৰ পৰা তপত লোএডালক নি চোআলিৰ গালৈ দলি মাৰিলে, তাতে সেই লো তাইৰ কোলে সোমাই প্ৰান মাৰিলে।

স্কটলণ্ড দেসৰ স্কলানাগান নামে একজনি তিৰোতাই ১০৭ বচৰ হৈ মৰিল। ইংলণ্ড দেসত বাৰ্কৰ নামে একজন মানুহ ১০১ বচৰ, আৰু হ্যাম্বন নামে একজনি তিৰোতা ১০৯ বচৰ হৈ মৰিল।

ফ্ৰেন্স নগৰৰ এটা সম্বাদ পত্ৰত লিখিচে, লুকা ব্ৰিচিয়াক নামে একজন মগনিয়া ১১৬ বচৰ হৈ মিৃত্যু হল।

আয়ৰলণ্ড দেসৰ তেম্পলমোঅৰ গাঁৱৰ ওচৰত ২৩ নৱেম্বৰত ঔৰ্কৰ্ক নামে একজন লোক বাটত জাঁওতে দুটা মানুহে থাপ দি সিলেৰে সৈতে তাৰ মুৰ ভাঙ্গি বধ কৰিলে।

আয়ৰলণ্ডৰ ৰবিচোকেন গাঁৱত ২৯ নৱেম্বৰৰ তাৰিখত সিলেৰে খুন্দি. বধ কৰা একজন মানুহৰ স বাটত দেখা পালে।

মাৰিয়া লুইচা নামে ফ্ৰাঞ্চিৰ আগৰ ৰজা নাপলিয়নৰ বিধৱা ৫৬ বচৰ বয়সিয়া হৈ ১৭ ডিচেম্বৰত পাৰ্মা নগৰত মিৃত্যু হল।

চুইচ দেসত জি ৰাজ দ্ৰোহ কৰিলে, তাক দমা হল। ৰাজ সৈন্যৰ ৮৮ জন মানুহ মৰা ৩৮৫ জন খুন হল, তাতকৈ ৰাজ দ্ৰোহিবিলাক চতুৰ্গুন মান মৰা খুন হোআ হল।

চাকৃচনি দেসত ২৬ নৱেম্বৰত ৰেলৰদৰ বনুআ ৩৭ জন মানুহ নাৱত উঠি এলব নদি পাৰ হঁওতে নাও বুৰি সকলো মৰিল।

অষ্ট্ৰিয়া দেসৰ মাজত গালিচিয়া প্ৰদেসত এবচৰৰ ভিতৰত ৬০,৮২০ মানুহ খাবলৈ নে পাই দুৰ্বলি হোআ আৰু জৰে ধৰাত মৰিলে।

৩ জুন তাৰিখত লেডি কেনাৰ্ৱেই নামে এখন জাহাজ লণ্ডন নগৰলৈ জাবৰ নিমিত্তে বম্বাই নগৰ এৰি গল। পাচে জাহাজ পানি কৰাৰ কাৰনে মানুহ আটাইবিলাকে ১৩ নৱেম্বৰত তাক এৰি আন জাহাজত উঠি গল। তথাপি সেই জাহাজ তল জোআ নাই, কিছু দিনৰ পাচে দেন্মাৰ্ক দেসৰ দুই জাহাজৰ কাপ্তানে সেই এৰা জাহাজ দেখি তাকে লৈ হানি নো হোআকৈ ইংলণ্ড দেসলৈ নিলেগৈ, আৰু কলে, সেই জাহাজৰ বস্তু লুট কৰা জেন দেখিলোঁ।

৬ ডিচেম্বৰৰ বৰৰ্ত্তস্য নামে এখান আমেৰিকাৰ জাহাজত বজ্ৰপাত পৰি জুই লাগিল। পাচে তাৰ

মানুহ আটাইবিলাকে জাহাজ এৰি নাৱেৰে গলত জাহাজ বতাহে নিয়াত ৯ ডিচেম্বৰত ইংলণ্ডৰ দাঁতিত ওলালগৈ। তাতে বামত লাগি পুৰি পুৰি থাকি ক্ৰমে ভষ্ম হৈ গল। মানুহ তাত থকা হোআ হলে কি জানি এই তিনি দিনত জুই নুমাব পাৰিলেহেঁতেন।

চাৰানা নগৰৰ পৰা কাৰোলাইন নামেৰে এখান জাহাজ ইংলণ্ড দেসলৈ জাওতে ২৬ অক্তোবৰত ধুমুহা বতাহ বৰকৈ হলত সকলো খোআ বস্তু চৌএ উটুআই নিলে। পাচে ৬ দিন আহাৰ পানি নো হোআকৈ লঘোনে থাকি তাৰ মানুহবিলাকে ১০ নবেম্বৰত মঙহ খাই জিবৰ নিমিত্তে তাৰ এজন লোকক মাৰিবলৈ আলচি কোন মৰিব, ইয়াক জানিবলৈ গুটি বুলুআ খেল পাতিলে। তাতে এজন বৰ সকত আইবিনা মানুহ থাটিল, কিন্তু সি হাতত দা লৈ তাৰ ওচৰলৈ চাপিবলৈ কাকো নি দিলে। তেতিয়া ১৯ বচৰিয়া লৰা মানুহ এজনে মোক মাৰা বুলি কলে। তাতে সেই সকত মানুহটো লৰাক খুচিবলৈ উপাই কৰাত জাহাজৰ কাপ্তানে তাৰ পাচে দি আহি এখন চাচোনেৰে সেই আইবিনা মানুহটক মৰিয়াই মাৰিলে। পাচে সকলোএ তাৰ তেজ মঙহ খালে, আৰু ১৩ নবেম্বৰত আন জাহাজ ওলাই জিৱাই থকা কেইটাক ৰখ্যা কৰিলে।

নবেম্বৰ মাহত আমেৰিকা দেসৰ মিসিগান সৰোবৰত কিনিক নামে এখান ভাপ জাহাজ বাঘৰ পৰা ১৯ ডাঁৰ বাটৰ আঁতৰত জাওতে জুই লাগি পুৰিলে। তাৰ ভিতৰত ২০০ মানুহ আচিল, কেতবিলাকে সক নাও কাঠ আদিত উঠিল, কিন্তু সকলো পৰি মৰি ডুব গল।

আল্জেৰি দেসত ১১। ১২ ডিচেম্বৰ তাৰিখত ফ্ৰাঞ্চিএ সৈন্যে ৰন কৰা সেনাপতি আবদেল কাদেৰে কিচু সেনাই সৈতে মৰকো জি মানুহ ফ্ৰাঞ্চৰ কলিয়া হই, সিবিলাকৰ কোঁচত থুপ কৰি থাটিল। পাচে সিইতে তাক খেদি বেৰি ধৰাত ২১ ডিচেম্বৰত সি সৰনাগত হৈ পৰিল। পাচে ফ্ৰাঞ্চিৰ হাতত সেই সেনাপতি দিলত সিবিলাকে তাক কইদ কৰি ৰাখিবলৈ দিলে।

২৩ অক্তোবৰত দুৰ্জিলণ্ড উপদিপত থকা স্নৌ চাহাবৰ বঙলালৈ আহি কোনো আদি বাসি লোকে চাহাৰ, মেম চাহাৰ আৰু লৰা এটা বধ কৰি ঘৰত জুই দি পুৰিলে।

অক্তোবৰ ২৯ তাৰিখত ইংৰাজি দেসত উত্তৰ পৰা আকাসত এটা বৰ জোতি বাহিৰ ওলাই দুই তিনি ঘৰি দেখিবলৈ বৰ আচৰিত। ইংৰাজি লোকে এনে জোতিক অৰোৰা অৰ্থাত উত্তৰ প্ৰকাস বোলে। ॥

---

## দৰিদ্ৰ আৰু মুৰ্খৰ কথা।

**Wisdom better than Riches.**

এক দেসত এজন বিদ্যা জনা সি বৰ দৰিদ্ৰ আৰু এজন মুৰ্খ সি বৰ ধনি, এই দুই জনে মিত্ৰিৰ হৈছিল। এদিন সেই দুই জনক কোনো লোকে এখন সভালৈ মাতিছিল তালৈকে দুয়ো জন গলত, সভাৰ সকলো লোকে গিয়ানি জনক বৰকৈ আদৰ সন্মান কৰিলে। তাকে দেখি মুৰ্খ জনে বৰ লাজ পাই, আপোনাৰ মনতে চিন্তা কৰিব ধৰিলে, মই কিয় মুৰ্খ হলোঁ? মই জদি বিদ্যাবান হলোঁহেঁতেন, তেন্তে সকলোএ মোকো আদৰ কৰিলেহেঁতেন। মোৰ ধন সম্পতি সৰহ আচে হই, কিন্তু ধন মোৰ লগত নে জাই বিদ্যা হলে সদাই লগতে জাই; এই নিমিত্তে সকলো ধন বই কৰি বিদ্যা জনা হবলৈ এতিয়াৰ পৰা মই চেষ্টা কৰিম, এনে থিৰ কৰিলে। সভা ভঙাৰ পিচত বাটত জাওতে জাওতে সি বুলিলে, হে প্ৰিয় বন্ধু, তুমি জদি অনুগ্ৰহ কৰি মোৰ কথা সোআ, তেন্তে দুয়োৰো ভাল হব পাৰে। তেতিয়া গিয়ানি জনে সুধিলে, সি নো কি কথা? সি কলে বোলে, তুমি মোৰ সকলো ধন লোআ, আৰু তোমাৰ বিদ্যা মোক দিয়া। তাতে গিয়ানি জনে বুলিলে, তুমি ধন বেগতে দিব পাৰা হই কিন্তু মই তোমাক বেগতে বিদ্যা দিব নোআৰোঁ। এই কথা সুনি ধনিএ বুলিলে, হে ভাই, মই ধনৰ মমত এৰিব পাৰিলোঁ, তুমি জানো বিদ্যাৰ চেনেহ এৰিব নোআৰিলা? তাতে তেঁও বুলিলে, সুনা ভাই, আমাৰ মাজত এনে বিবাদ কৰাৰ কাৰন কি? আহা, আমি সাহাৰ লোকৰ ওচৰলৈ জাঁও, সি-

বিলাকে বিবেচনা কৰিব পাৰে, অৰন্য কোনো মতে দুয়ো জনক বুজাব পাৰিব। ইয়াকে থিৰ কৰি দুয়ো জনে সাহাৰ লোকৰ আগলৈ গৈ সাদাম দি সকলো কথাৰ নিবেদন কৰি কলে। সাহাবে সেই কথা সুনি কিচুমান বৈ বুলিলে, এতিয়াই তোমোলাকক দেখাও। পাচে চাঁদা কৰি কেতথনি টকাৰে সেই দৰিদ্র গিয়ানি জনক ধনবান অৰ্থাত চহকি কৰাই মুৰ্খ জনত কলে, তুমি পাৰ্হ্নালানিলৈ গৈ বিদ্যা সিকিবলৈ ধৰা তেহে গুনৱন্ত আৰু গিয়ানি হবা; জদি চাঁদা কৰি বিদ্যাকো দিব পৰা হলে, তেন্তে এতিয়াই তোমাকো বিদ্যা জনা কৰিলোহেঁতেন। §

---



জাইফলৰ গচ।

The Nutmeg Tree.

এই অতি সুন্দৰ গচ মোলোকা মাবুদিত অধিক আচে কিন্তু আন আন ঠাইতো পোআ জাই। এই অসম দেসৰ পৰ্বতবিলাকতো আচে তথাপি এইবোৰৰ গুটি অতি তেনে ভাল ন হই।

জাইফলৰ গচ একুৰি হাত মান ওখ হই তাৰ পাতো দেখিবলৈ অতি চিকন। ফুলবোৰ সৰু আৰু অলপ হালধিয়া বৰন। গুটি হলে নৰা বগৰিৰ সমান তাৰৰ আৰু তাৰে নিচিনা দেখিও; পকিলে হালধিয়া পৰে। এটা কিতাপত লিখিচে, জাইফলৰ গচে বচেৰেকত তিনি বাৰ গুটি ধৰে। প্ৰথম বাৰ এপ্ৰিল মাহত, সেইবোৰ গুটি আটাইতকৈ ভাল। দুতিয় বাৰ আগষ্ট মাহত, ত্ৰিতিয় বাৰ ডিচেম্বৰ মাহত; কিন্তু গুটি ভালকৈ পকিবলৈ ৯ মাহ মান লাগে। তেতিয়া পকে, পাৰি আনি, বাকলি বগৰিয়ালে, ভিতৰত এজবপ জালৰ নিচিনা পাতল চাকনি চাল থাকে, তাকে নিৰলকৈ একআই সুকাই থই, সেয়ে জাইপত্ৰি। পাচে গুটিবোৰ তিন মাহ মান ধুঁআৰ ওপৰত দি সুকাই, ভাঙ্গি, সাহটো উলিয়াই, তাকেহে জাইফল বোলে। আৰু সি সৰহ দিনলৈ থাকিবৰ মনেৰে চুনৰ পানিত জুবুৰিয়াই।

জিবোৰ জাইফলৰ বৰ গন্ধ আৰু ভাৰৰ, গধুৰ, আৰু জলকাই টেঙ্গাৰ দৰে দেখি সেইবিলাক চিকন, তাক বাচি বাচি কিনিব লাগে। সি খাবলৈ উত্তম মচলা আৰু দৰবলৈকো অনেক কাৰ্জলৈকো ভাল। জাইফলবোৰ জন্ত্ৰত চেপিলে অতি সুগন্ধিত তেল ওলাই; সেই তেল দৰবলৈ বৰ চিকন। জাইপত্ৰিৰ বৰন অপল ৰঙ্গটুআ, চোবালে মুখত ধৰে চোকা। জাইফল জি কাৰ্জলৈ ভাল জাইপত্ৰিও সেইবিলাকলৈ ভাল। সি অতি চোকা আৰু লঘু দেখি তাৰ দৰ জাইফলতকৈ অধিক হই। কেতিয়াবা কেতিয়াবা জাইফল কেঁচাতে চিঙ্গি আনি, বাকলিএ সৈতে তেনেই চেনি দি পগাই আচাৰ কৰে, তাক খাবলৈ অতি চিকন, আৰু সেই চেনিৰ ৰসতে থলে কুমলিয়া জাইফলেই বহুত বচৰলৈ ভালে থাকে; আৰু টেকেলিত ভৰাই জাহাজেৰে অনেক দেসলৈ নি বেহা কৰে। সেই গচৰে গুটিএ সৈতে ডালৰ নক্সা ওপৰত লিখা আচে। §

জাইফল অতি উত্তম সত্ত গন্ধেৰে,
মানুহৰ ভোগৰ হেতু দিলে ইশ্বৰে।
খোআ বস্তু জিবোৰতে তাক মিহলাই,
মহা মনোহৰ ৰূপে সুগন্ধ কৰই।

জাইপত্রি হলে তাক সকলোএ খাই,
মচলার মাজতে উত্তম বোলা জাই।
কোনো কোনো লোকবোরে জাইফল আনি,
তারো তেল লই জন্ত্রত চেপি টানি।
বেজইতে দরব করি সেই তেলেরে,
নানা বিধ রুগিয়ার রোগ ভাল করে।
কেতবোর লোকে আক কোমল জায়েরে,
চেনিরে সিজাই তার আচারকো করে।
আরু তাক খাবলৈ এনে মধুর হই,
দেসে দেসে বেচি তারে বেহাও করই।

---



ম্রান দেশর উঙি অর্থাত প্রধান রাজ মন্ত্রির আইশ্যারে বধত উঁঠি বলদ গরুরে টানি নিজার বকড়া।
The Wife of a Burmese Woonghee in her Hackery.



## গাই গৰুৰ বিবৰণ।

**The Cow.**

ফেব্রোআৰি মাহৰ অৰুনোদইত ভতৰা আৰু বলদ গৰুৰ কথা চপা হৈছিল, এতিয়া গাই গৰুৰ কথা অলপ মান লিখা হৈছে। ইউৰপত জেনে আটাইতকৈ উত্তম ভতৰা আৰু বলদ গৰু পোআ জাই সেই দেসবোৰত তেনে অতি সুন্দৰ গাই গৰুও থাকে। আৰু ভাল গাইত এন কোনোবোৰত তাতকৈও অধিক টকা দৰ হই। গৰুৰ পোআলি এটাকৈহে জগে। জেতিয়া পোআলিবোৰৰ ২০। ২৫ দিন মান হই তেতিয়া ইউৰপ আমেৰিকা দেসৰোৰত দমৰা দামুৰিবোৰ বাচি বাচ জিবোৰ ভাল সকত সেইবোৰ পুহিবলৈ ৰাখে, কিন্তু দুভাগ মান মাৰে। কেতবোৰ গৰু থকা মানুহে গাখিৰ খাবলৈ গৰু পোহে। কোনোবোৰে গাখিৰ আৰু মাখন আৰু পনিৰ বেচিবলৈ পোহে। কিন্তু এইবোৰ বেচি বেপাৰ কৰাবোৰ মানুহৰ অনেক টকা লাভ হই। বঙ্গালি আৰু হিন্দুস্থান আদি দেঁসত মঁহ গৰুৰ গাখিৰেৰে ঘিঁউ কৰি বেচে; মাখন পগালেই ঘিঁউ হই, পনিৰ হলে গাখিৰ দৈ কৰি কাপৰেৰে টানকৈ চেপি এটাই পানিবোৰ উলিয়াই তাতে লোন কিচু মান দি আৰুও এটা জন্ত্ৰত চেপি পাচে দিন চাৰেকৰ মূৰত অতি টান গোটাটো হই, তাকে পনিৰ বোলে, আৰু সি ৪। ৫ বচৰলৈকে ভালে থাকে।

ইংলণ্ডত এজন লোকৰ ১০০০ এহেজাৰ গৰু আচিল তাৰ গাখিৰৰ ধন ২৩,০০,০০০ টকা হই। আৰু সেই গৰুবোৰক ঘাঁহ আদি খুউআ ৰখা খৰচ এৰিও বচৰি বচৰি প্ৰাই ৬,০০,০০০ টকা লাভ পাই। আমেৰিকা ইউৰপৰ গৰু ঘোঁৰাবোৰক খুআবলৈ হাল বাই মাটি চহাই তাতে গোবৰ চাই জাৰবং চুন পেলাই মাটি খন চিকনকৈ মাৰি গৰুএ জিবোৰ বন খাই তেনে বনৰে ভাল ভাল জাতৰ গুটি আনি সেই চহোআ মাটিত ৰই নি, পাচে জেতিয়া বাৰ্হি ডাঙ্গৰ হই মানুহবোৰে কাটি মুকুআই জাৰ কালিলৈ ভঁৰালত ভৰাই থই নি। এই দেসৰ জেনেকৈ ধানৰ খেতি স্ৰম কৰি কৰে সেই দেসতো ভাল ঘাঁহ সেই ৰূপে স্ৰম কৰিহে কৰে। কোনোবোৰক গোমধান আৰু লাউ মুলাকে আদি কৰি এনেবোৰ বস্তু খুআই। এই দেসত গৰু জগিবৰ এমাহ মান ন হলে গাখিৰ নি খিৰাই আৰু পোআলি মৰাবোৰ গৰুৰ সহজ কৰি গাখিৰ নে ৰাখিলে এনেই নি দিএ। কিন্তু আমেৰিকাত আৰু ইউৰপত জি দিনা পোআলি জগে সেই দিনাৰে পৰা দিনটত দুবেলি দুবেলি গাখিৰ খিৰাই কিন্তু পোনেই চাৰি পাঁচ দিনলৈকে নে খাই পেলাইহে, তাৰ পাচৰ পৰাহে খাই। আৰু সঁবহকৈ খিৰাই মানে ওহাৰ ধন

ফিঁকি মুকলি হৈ পাচলৈ অনেক গাখিৰ ওলাই; কিন্তু জদি নি খিবোআকৈ এৰে কেৱল পোআলিটৰ জোখাৰে গাখিৰ দিএ ওহাৰ থন লাহে লাহে চাপ খাই সুকাই জাই, পাচলৈ অলপ মানহে ওলাইগৈ। এই দেসত পোআলি মৰে জদি গৰু জনিএ গাখিৰ সৰহকৈ নি দিএ। ওহাৰ বেগতে সুকাই জাই। সেই দেসবিলাকত হলে পোআলি থকাত গৰুএ জিমান গাখিৰ দিএ পোআলি মৰিলেও সিমান দিএ। আৰু গাখিৰ সৰহকৈ পাবৰ নিমিত্তে পোআলি জগা তিনি সপ্তাহ মানৰ পাচত মাৰিহে পেলাই।

ইউৰপৰ আৰু আমেৰিকাৰ গৰুবোৰ এই দেসৰ নিচিনা খিন কেতিয়াও দেখা নাই, সেই দেসত জিবোৰ গৰু পোহে তাক অতি মৰমকৈ ভাল ৰূপে খুআই।

ইংলণ্ডৰ মিডলচেক্সত থকা এজন চাহাবে হিচাব কৰিচিল, এবচৰত লণ্ডন নগৰত বেচা গাখিৰ খনিৰ ধন ৬,২৬,২৩,৩০০ টকা হৈচিল। সেই দেসৰ গৰুত মঁহতকৈ সৰহ গাখিৰ ওলাই আৰু তাৰ গাখিৰৰ মাখন ঘিঁউ সৰহকৈ হই।

সকলো জন্তুৰ মাজত মানুহে গৰুৰ পৰা অনেক কাৰ্জ হই। দেখা হালবাই, ৰথ, কাঠ আদি টনাই, খাবলৈ অতি চিকন গাখিৰ দিএ, তাৰে পনিৰ অৰ্থাত মচলা দি গাখিৰ সুকাই টান গোটা কৰে, আৰু মাখন, ঘিঁউ, এইবিলাক হই তাৰে বেহা কৰে। তাৰ মঙহ ইউৰপ আমেৰিকা আদি দেসবিলাকৰ লোকে খাই। তেলবোৰ লৈ মম্ বাতিৰ নিচিনা বাতি সাজি; তৰি কেইটা সিজাই অতি চিকন তেল পাই সেই তেলেৰে অনেক কাৰ্জ হই। চাল খনেৰে জোঁতা গাঁৰিৰ টুপি, জিম লাগাম এনে বস্তুবোৰ সাজে, সিংতৰ সিঙেৰে কনি কটাৰি নাল এইবিলাক সাজে। কান নাক সিৰবোৰ সিজাই এঠা পাই সেই এঠা বৰ সকত হই, সি বহুত কাৰ্জলৈ ভাল, তাৰে কাঠ পাট এইবোৰো জোৰাই খিলি গজাল নো হোআকৈএ অনেক বচৰলৈকে থাকে, খিলি গজাল মৰাৰ নিচিনা সকতো হই। আৰু তুলাপাত, কিতাপ, এইবিলাক কৰাত সেই এঁঠা ৰবকৈ লাগে। হাৰৰ দা কটাৰি নাল কনি গুদাম ইত্যাকে আদি কৰি অনেক বস্তু সাজে। গৰুৰ আৰু মঁহৰ চাল সুকাই কলিকতাৰ আৰু মান্দ্ৰাজৰ পৰা ইউৰপ আৰু আমেৰিকালৈ জাহাজেৰে বচৰি বচৰি সৰহকৈ নি বেচে।

দয়াৱন্ত ইশ্বৰৰ অসিম মহিমা
কৰিলন্ত জত স্ৰিষ্টি পাৰ কোনে সিমা
সকিমন্ত প্ৰভু ঐও স্ৰিষ্টিৰ মাজত
স্ৰুজি দিলন্ত গৰু মানুহৰ হাতত।

প্ৰিথিবিৰ জত লোক তাহাৰ কাৰনে
নানা বিধ সুখ ভোগ কৰে সৰ্বথানে
দধি দুগ্ধ ঘ্ৰিত আদি পায়স অনেক
মনুস্যৰ ভোগ মানে আচই জতেক।

সকলো হই জানা গৰুতে উতপন্ন
ইচা মতে খাব পাৰে জাৰ জেনে মন
অনেক দেসৰ লোক তাত চুৰে উঠি
ৰথ গাঁৰি আদি জত গৰু কান্ধত দি।

কোনোবোৰ লোকে নাকত নাকি লগাই
পিঠিৰ ওপৰ বোজা দি টানি লৈ জাই
হাল বাই তাৰে লৈতে খেতিৰ কাৰন
ধান আদি জত সস্য কৰে উপাৰ্জন।

সস্যৰ নিদানে প্ৰান মানুহৰ ৰাখি
মিচা বেস্যা অধৰ্ম কৰি জাই থাকি
মৃদঙ্গ নাগেৰা দবা ঢোল খোল জত
এইবোৰো হই দেখা গৰুৰ চালত।

আৰো সব জোঁতা টুপি আদি অনুপ্ৰাত
কোনো দেসৰ মানুএহে বে খাজে তাক
গৰু বস্তু মানুহৰ এনে উপকাৰি
ইশ্বৰে দিলে তাক পুন প্ৰকাৰ কৰি।





" Then He arose, and rebuked the wind and the raging of the ." Luke viii. 24.

আমাৰ প্ৰভু য়িচু খ্ৰিষ্টে "এদিনা সিস্যবিলাকে সৈতে এখান নাৱত উঠি সিবিলাকত কলে, আঁহা, আমি সৰোবৰৰ সি পাৰলৈ জাঁওইক; তাতে সিবিলাকে নাও মেলি গল। পাচে জাঁওতে তেঁওৰ টোপনি আহিল, আৰু সৰোবৰত ধুমুহা বতাহ আহি লাগিলত ঢৌএৰে ভৰা হৈ সঙ্কটত পৰিল। তাতে সিবিলাকে তেঁওৰ ওচৰলৈ গৈ তেঁওক জগাই কলে, হে গুৰু, হে গুৰু, আমি মৰোঁহে। তেতিয়া তেঁও উঠি বতাহ আৰু পানিৰ ঢৌকে ভবিয়ালে, তাৰে দুয়ো সান্ত হৈ পানি নির্ম্মল হল। তেতিয়া তেঁও সিবিলাকত কলে, তোমোলাকৰ বিস্বাস কত? তাতে সিবিলাকে ভয়াতুৰ হৈ বিস্মই মানি ইতে সিটে কলে, এঁও কেনে মানুহ! বতাহ আৰু পানিকো আগ্যা দিয়াত সিইঁতেও তেঁওৰ কথা মানে।"

আন এদিন "গধুলি হলত তেঁওৰ সিস্যবিলাকে সাগৰৰ তিৰলৈ গৈ নাৱত উঠি, কিফৰ্না-হুম নগৰৰ ফাললৈ পাৰ হবলৈ ধৰিলে। এনেতে এন্ধাৰ হলত য়িচুএ সিবিলাকৰ ওচৰলৈ নাহিল। আৰু বৰ বতাহ হোআত সাগৰত ঢৌ উঠিল, তাতে সিবিলাকে বাই এপৰ তেৰ পৰৰ বাট গলত, য়িচুক সাগৰৰ ওপৰত খোজ কাঢ়ি নাৱৰ ওচৰত অহা দেখি ভই লাগিল। কিন্তু তেঁও সিবিলাকত কলে, মইহে, ভই ন কৰিবা। তেতিয়া সিবিলাকে তেঁওক আনন্দেৰে নাৱত গ্ৰহন কৰিলে, আৰু জি ঠাইলৈ গৈছিলে, নাৱে তেতিয়াই সেই ঠাই পালেগৈ।"

Almanac for April, 1848.

## এপ্ৰিল মাহৰ পঞ্জিকা।

খ্ৰিং অং ১৮৪৮। হিন্দু সঁক ১৭৬৯।

| | এপ্ৰিল | চৈ | সূৰ্য্যোদয় | সূৰ্য্যাস্ত | চন্দ্ৰাং | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| সনি | ১ | ২০ | ৫।৫৫ | ৬।১৪ | ২৭ | ৪।৪ |
| দেও | ২ | ২১ | ৫।৫৪ | ৬।১৪ | ২৮ | ৪।৪৯ |
| সোম | ৩ | ২২ | ৫।৫৩ | ৬।১৫ | ० | চন্দ্ৰাস্ত |
| মঙ্গল | ৪ | ২৩ | ৫।৫২ | ৬।১৫ | ১ | ৭।২০ |
| বুধ | ৫ | ২৪ | ৫।৫১ | ৬।১৫ | ২ | ৮।২৮ |
| ব্ৰিহস্পতি | ৬ | ২৫ | ৫।৫০ | ৬।১৬ | ৩ | ৯।৩৩ |
| সুকুৰ | ৭ | ২৬ | ৫।৪৮ | ৬।১৬ | ৪ | ১০।৩৭ |
| সনি | ৮ | ২৭ | ৫।৪৭ | ৬।৪৭ | ৫ | ১১।৩৯ |
| দেও | ৯ | ২৮ | ৫।৪৬ | ৬।১৮ | ৬ | পূন্না |
| সোম | ১০ | ২৯ | ৫।৪৪ | ৬।১৮ | ৭ | ০।৩৩ |
| মঙ্গল | ১১ | ৩০ | ৫।৪৩ | ৬।১৯ | ৮ | ১।২১ |
| | | বহাগ | | | | |
| বুধ | ১২ | ১ | ৫।৪২ | ৬।১৯ | ৯ | ২।৬ |
| ব্ৰিহস্পতি | ১৩ | ২ | ৫।৪১ | ৬।২০ | ১০ | ২।৪৬ |
| সুকুৰ | ১৪ | ৩ | ৫।৪০ | ৬।২০ | ১১ | ৩।২৩ |
| সনি | ১৫ | ৪ | ৫।৩৯ | ৬।২১ | ১২ | ৩।৫৯ |
| দেও | ১৬ | ৫ | ৫।৩৮ | ৬।২১ | ১৩ | ৪।৩৫ |
| সোম | ১৭ | ৬ | ৫।৩৭ | ৬।২১ | ১৪ | চন্দ্ৰোদই |
| মঙ্গল | ১৮ | ৭ | ৫।৩৬ | ৬।২২ | ১৫ | ৬।৪৩ |
| বুধ | ১৯ | ৮ | ৫।৩৫ | ৬।২২ | ১৬ | ৭।৩৩ |
| ব্ৰিহস্পতি | ২০ | ৯ | ৫।৩৫ | ৬।২৩ | ১৭ | ৮।২৪ |
| সুকুৰ | ২১ | ১০ | ৫।৩৪ | ৬।২৩ | ১৮ | ৯।১৫ |
| সনি | ২২ | ১১ | ৫।৩৩ | ৬।২৪ | ১৯ | ১০।৫ |
| দেও | ২৩ | ১২ | ৫।৩২ | ৬।২৪ | ২০ | ১০।৫৪ |
| সোম | ২৪ | ১৩ | ৫।৩১ | ৬।২৫ | ২১ | ১১।৫১ |
| মঙ্গল | ২৫ | ১৪ | ৫।৩০ | ৬।২৫ | ২২ | পূন্না |
| বুধ | ২৬ | ১৫ | ৫।৩০ | ৬।২৬ | ২৩ | ০।২৯ |
| ব্ৰিহস্পতি | ২৭ | ১৬ | ৫।২৯ | ৬।২৬ | ২৪ | ১।১৪ |
| সুকুৰ | ২৮ | ১৭ | ৫।২৮ | ৬।২৭ | ২৫ | ২।৫৬ |
| সনি | ২৯ | ১৮ | ৫।২৭ | ৬।২৭ | ২৬ | ২।৪১ |
| দেও | ৩০ | ১৯ | ৫।২৬ | ৬।২৮ | ২৭ | ৩।২৫ |

৪ দিনৰ পুন্না ৫। ১৯ বজাত আমাবাস্যা।

১৮ দিনৰ ভাটি ৮। ৩৯ বজাত পুৰ্ন্নিমা।

# অৰুনোদই সম্বাদ পত্ৰ

ত্ৰিতিয় চোআ। মোং সিৱসাগৰ, এপ্ৰিল, ১৮৪৮ খ্ৰিষ্ট অং সঁক। নম্বৰ ৪।

VOL. III. SIBSAGOR, ASAM, APRIL, 1848. No. 4

## অনেক দেসৰ সম্বাদ।

General Intelligence.

এই বৰ্ত্তমান মাহৰ দিনে দিনে সেসলৈকে বৰধুন আনি আচে। কোনো কোনো দিনত ধুমুহা বতাহ, সিল, বজ্ৰপাত, এই সকলো পৰিচে। ২০ এপ্ৰিল ৰাতি দুপৰত বৰ বঁৰধুন বিদুলি অতি গৰ্জন হৈছিল, কুকুৰা কনিৰ সমান ডাঙ্গৰ সিলো পৰিচিল। অনেক গচৰ ঠাল আদি সৰ গচ ভাঙ্গি মাৰিলে। চাপাখানা আৰু পাদুৰি চাহাবৰ ঘৰত দুআৰৰ আৰ্চি ৪৬ খান ভাঙ্গি নষ্ট কৰিলে।

১৩৩৮ ইং সঁকত চম্বুক লোহাৰে সৈতে জাহাজ পোনাবলৈ ধৰিলে।

কলিকতাৰ এটা পুখুৰিলে ঘঁৰিয়াল আহি তালৈ নমা সকলো মানুহক বৰ ভই খুআলে। তাক মাৰিবৰ উপাই নে পাই হিলৈৰে গুলিয়াবলৈ ধৰিলে, কিন্তু মাৰিব নোআৰিলে; পাচে এজুম বঙ্গালি মানুহ গৈ এটা পাৰলৈ খেদি দি তাতে লেজুৰে খোৰোচা লগাই ধৰি বামলৈ বল দি নি মাৰিলে।



প্ৰথম এপ্ৰিল তাৰিখত কলিকতাৰ সি পাৰে হাওৰাত থকা ঘিব চাহাব নামে এজন লোক চেলেউ খাই বহি থাকোঁতে বজ্ৰপাত পৰি তেঁওক মাৰিলে। সেই দিনাই কলিকতাৰ এক ঘৰৰ তল খোঁটালিত থকা এজন, ওপৰ খোঁটালিত থকা এজন বঙ্গালি মানুহ, সেই দুয়ো একেটা বজ্ৰপাত পৰি মৰিল।

আমেৰিকা মিল দেসৰ টালাহাচি নগৰত ২৩ অক্টোবৰ তাৰিখে দুপৰ মান বেলাত অনেক ৰথ জোআৰ সবদৰ নিচিনা এটা বৰ গৰ্জন আকাসৰ পৰা সুনা গল।

ইংলণ্ড আৰু স্কটলণ্ড ১,৮৪,৪৪৪৩৪ মানুহ আচে; আয়ৰলণ্ডৰ ৮১,৭৫,০০০ আচে।

তেৰা ঢোন জিলাত কোনো দুজন চাহাব লোকে চিকাৰ কৰিবলৈ জাঁংতে এটা বাঘ পাই আৱৰ্ত্ত নামে সিবিলাকৰ এজনৰ হাতিএ গচৰ তলে লৰি গলত হাউদা লাগি খহি পৰিল। তাতে চাহাবে গচৰ ডালত ধৰি ওলমি আচিল, আৰু গচৰ তলত বাঘে খাবলৈ খাপ দি থকাত নামিব উঠিব নোআৰিলে, পাচে সৰহ বেলি ওলমি থাকিব নোঅৰাত বাঘৰ মুখত পৰিল। পাচে একউআলত তেঁওক এখা মৰা পালে, আৰু জিৱ ৰাখিবলৈ এজন ডক্তৰে তেঁওৰ এটা ঠেঙ্গ কাটি পেলালে পাচে ক্ৰমে ৰক্ষ হল।

কলিকতাত মাইকি পোআলিএ সৈতে এৰাহ কলা সিয়ালক ধৰি চৰাই পহু খোআ এখন চোঙ্গত ৰাখি থলে।

জেমেকা মাজুলিত বিকিত নামে এজন আফ্ৰিকান মানুহ ১৪২ বচৰ বয়সিয়া হৈ মিৃত্যু হল।



মহা ৰজা লুই ফিলিপৰ নকচা।

Louis Philippe, Ex-king of the French.

ফ্ৰাঞ্চ দেশৰ পাৰি নগৰৰ মানুহবিলাকে বৰ ভোজ পাতি অনেক আহিবৰ নিমিত্তে উপাই কৰিলে; কিন্তু ৰজাই তাকে শুনি সিইতে দ্ৰোহ আচৰিব বুলি ভই কৰি সিইতক একে লগে ভোজ খাবলৈ বাধা কৰিলে। সেই নিমিত্তে ২২ ফেব্ৰুআৰি তাৰিখত মানুহবোৰে গোট খাই নগৰৰ আলি পুৰ কৰি উভগু হল। তিন দিনলৈকে সেনাবোৰে সৈতে সিইতক দমিব নোআৰিলে, গুলি দিয়াত ৩। ৪ স মান মানুহ মৰিল। পাচে ক্ৰমে সেনাবোৰে প্ৰজাৰ ফলিয়া হৈ সিইতক মাৰিবলৈ আগ্যা নু শুনিলে। এই কাৰনে ৰজা মৰাৰ ভই পাই, পৰিয়াল আৰু প্ৰধান ৰাজ মন্ত্ৰিএ সৈতে আলচ কৰি ২৪ ফেব্ৰুআৰিত সিংহাসন এৰি সাগৰৰ বাটে ইংৰাজি দেসলৈ পলাই গল। ইয়াকে দেখি ৰাজ মেলুআইবিলাকে লোক সকলে সৈতে আলচ কৰি আৰু ৰজা নো লোআকৈ স্বতন্ত্ৰ হৈ থাকিম বুলি দেস পতা থিৰ কৰিলে। পাচে মন্ত্ৰিৰ বাবে সৈতে দুপং লেমাৰ্ত্তিন, আৰাগো, এই তিনি জনক আদি কৰি কোনো কোনো লোকক, দেস চলাবলৈ বিসয় পাতি থলে।

ইতালি আদি কৰি তাৰ ওচৰৰ দেসত প্ৰজাবিলাকে অধিকাৰৰ অহিতে কন্দল লগাই দ্ৰোহ আচৰিচে। তাতে ঠায়ে ঠায়ে ৰন পাতি কেতবাৰ মানুহ মৰিল। পালেৰ্ম্মো নগৰত তিন দিন বম গোলাৰে গুলিয়ালে, তাতে তিনি কুৰি ভুকচোআ মৰিল। মেচিনা নগৰৰ কোঁঠৰ পৰা প্ৰজাক গুলিয়ালে, কিন্তু প্ৰজাই ৰাজ সেনাবোৰক জিনিলে।

জানোআৰি ১১ তাৰিখে ইতালি দেসৰ আগষ্টা নগৰত বৰ ভুঁইকঁপ হোআত আটাই মানুহ ঘৰৰ পৰা ভেতিয়াই বাহিৰলৈ ওলাল। এফেৰিমানৰ পাচে আকও ভুঁইকঁপ আহি মাটি ফাটি গোটেই নগৰৰ ঘৰ তললৈ বহি সোমাল; ২৭ ঘৰ মাথোন থাকিল। পাচে সেইবিলাকো তললৈ গল; আৰু পানিৰে ওপৰ ভৰা হলত লেঞ্জুৰে জোখাত পঞ্চাস বেঁৰত্তো থাউনি নে পালে।

ৰানাৰচ নামে এখান ভাপ জাহাজ গঙ্গা নদিত জাঁওতে ৰাজমহালৰ কিচু ভাটিত ২০ মাৰ্চৰ গধূলি বেলাত তাত থকা ঘোঁৰাৰ সুকান ঘাঁহত কোনো চাকৰে জুই নিওতে অকস্মিতে লাগি বেৰ টাটি আদি সকলোকে পুৰিলে। জুই লাগিলত জাহাজৰ কাপ্তানে তাক ৰাম ফাললৈ পোনালে; কিন্তু মাজত থকা চটত লাগি ৰামৰ পৰা ৪০০ হাতৰ আঁতৰত ৰল। জাত্ৰিক লোকে ভই পাই পাৰ হৈ জাঁও বুলি কোনো কোনোএ পানিত নামি তল গৈ মৰিল। পাচে গাঁৱৰ পৰা ডিঙ্গি আহি জিবোৰ মানুহ থাকিল সিবিলাকক তুলি নিলে; ঘোঁৰাবোৰ নিৰ নোআৰাত পুৰি মৰিল। জাহাজ আদ খনি পুৰিলত ১১ বজাৰ সমইত সিইতে জুই নুমাব পাৰিলে।

বম্বাই নগৰলৈ জাত্ৰা কৰা কুকুৰম্যাক নামে এজন চাহাবক কেঁকোৰা বিচাই হাতত বিন্ধিলে। তাতে বিস ৰবকৈ উঠাত জৰিৰে হাত মেৰাই বান্ধিলে, কিন্তু ৰান্ধ সহিব নোআৰাত জৰি কাটিলে; পাচে নগৰ পাই ৮ মাৰ্চত সেই বিসতে মৰিল। সেই বিচা কাটি চালত পোআলিৰে পেট ভৰা আচিল।

আমেৰিকা দেসত নেগুৰ ৰজোআ এবিধ গোম সাপ আচে। ৰচৰি ৰচৰি তাৰ এটা এটা ঘঁট

বাহিঁ জাই। নুয়র্ক নগৰৰ উত্তৰ উএন্ৰাইত নামে এজন চাহাবে কোনো মিত্তিৰৰ পৰা এনে সাপ থকা এটা চন্দুক পাই আপোনাৰ চিনাকি মানুহক তাক দেখাওতে সাপে তেঁওক খাই সেই দিনাই মাৰিলে।



হঙ্গাৰি দেসৰ কৰাচিম নগৰৰ জের্নৰি নামে চাৰি কুৰি বচৰিয়া এজন পাদুৰিক এটা বলিয়া কুকুৰে কামুৰিলে। পাচে তেঁৱেই তাৰ বিসেৰে ৰলিয়া হৈ মৰিম বুলি জানি আপোনাৰ মণ্ডলি লোক সকলোকে গোট খুআই অনেক ধৰমৰ প্ৰেমৰ কথা কৈ গিয়ান থাকোঁতে সিবিলাকত বিদাই লৈচে। দু দিন মানৰ পাচে সেই জাঁয়ে ধৰাত বৰ দুখ পাই এদিন এৰাতি ঢেলেঙ্গ পেলেঙ্গকৈ থাকি মিত্তু হল।

স্তিফান হুইত্নি নামে এখান ভাপ জাহাজ্র ১১০ জন মানুহে সৈতে ১৮ অক্তোবৰত নুয়র্ক নগৰ এৰি লিবৰপুল নগৰলৈ জাঁওতে আও বাটে গৈ নৱেম্বৰ ১০ তাৰিখত আয়ৰলণ্ডৰ দখিন ফ-লে ৰামত লাগি ভাগি নষ্ট হল। ৯১ জন মানুহ পানিত পৰি মৰিল, সিবিলাকৰ ২০ জনি তি-ৰোতা, ৩ জন লৰা।

ফত্তিৰোমান নামেৰে এখান আৰব জাহাজ পণ্ডিচেৰি নগৰৰ ওচৰে জাঁওতে ভুমুকৰ দৰে পানি সোমাবলৈ ধৰাত তাৰ কাপ্তান চাহাবে নগৰলৈ পোনাই গৈ জাহাজৰ কি হৈচে বিচাৰ কৰালে। পাচে চালত কাঠ পচি পানি সোমো-আ জানি, কাপ্তানে জাবলৈ নিসেধ কৰি ৰামত উঠি ৰল। কিন্তু আৰব মানুহে তাৰ কথা নু সুনি আমি অকলেই জাম বুলি জাহাজ মেলি গলত কিচু দিনৰ পাচে সুনিলে, সকলো তল গল।

হঙ্কং নগৰৰ পৰা জেনৰল ওদ নামে এখান জাহাজত খেহৰ ৯১ জন কইদি লোক ভৰাই থৈ বম্বাই নগৰলৈ জাঁওতে ৩ জানো আৰিত কইদি আটাইবোৰে উঠি জাহাজৰ অধিকাৰবিলাকক মাৰিলে; কিন্তু তলৰ খোঁটালিত থকা কেতবি-লাক ইংৰাজি জাত্রি লোকক জিয়াই লগত লৈ গল। একুৰি দিন বাট নি চিনাকৈ জাহাজ চলি গলত এখান মাজুলিৰ ওচৰ লাগি ৰল। তাতে সিইতৰ কোনোবোৰে জাত্রি লোকে সৈতে সক নাৱত উঠি ৰামলৈ গৈ ৰখ্যা পৰিল; কিন্তু সেই নাও ৰাম নৌ পাঁওতে জাহাজ তল গৈ তাত থকা আটাইবিলাক মৰিল।

আমেৰিকা দেসৰ ৱয়াল্তন নামে ৱর্মন্ত প্ৰদেসৰ এখান গাঁৱত ত্ৰুমন চাফর্দ নামেৰে ১০ বচ-ৰিয়া এটা বৰ বিদ্যাৱন্ত লৰা আচে। ফলি নো-হোআকৈ মনেৰে আটাই সংক গনিব পাৰে। তাৰ কথা সুনি দুজন গননাৰ পণ্ডিত গৈ অনেক অনেক কথা সোধ পোচ কৰাত সি অতি আচ-ৰিত ৰুপে উত্তৰ দিলে। সেসত এই প্ৰস্ন কৰিলে, ৩৬৫৩৬৫৩৬৫৩৬৫৩৬৫৩৬৫ এই অঙ্ক ৩৬৫৩৬৫৩৬৫৩৬৫৩৬৫৩৬৫ ইয়াৰে পুৰি-লে কিমান হই? তাতে সেই লৰা জাঁপ মাৰি উঠি ঘৰৰ ভিতৰত এখন্তক মান লৰি ফুৰি মুৰত ভুকু-আই মনতে গননা কৰি কলে, এই দুই অঙ্ক পুৰি-লে এই ফল হল, ১৩৩৪৯১৮৫০২০৮৫৬৬-৯২৫০১৬৬৫৮২৯৯৯৪১৫৮৩১২২৫। পা-চে পণ্ডিতে আপুনি ফলিৰে গননা কৰি তাকে ঠিক হোআ দেখি বৰ বিস্মই মানিলে, আৰু সি কি ৰুপে এনে গননা কৰে তাক কেৱে নে জানে।



## বিভিচাৰ বিসয়ক।

Against Adultery and Fornication.

এই দেসৰ লোক সকলৰ ভিতৰত পুৰ্বতকৈও এতিয়া এই অকৰমৰ প্ৰাদুৰ্ভাৱ বৰ্হা হোআত পাপৰ ভালেমান বৃিধি হৈচে, আৰু অনেকে এই দুষ্কৰমৰ পৰা জি সকল অপকাৰ আৰু পাপ হই তাক ভাল ৰুপে নে জানে; বিসেসতঃ জি সকল মানুহে এই অকৰমত সোমাবৰ আগন্তুক কৰে সিবিলাকক পৰাঙ্মুখ কৰিবৰ নিমিত্তে সিবিলাকলৈ একো ভৎৰ্সনা প্ৰকাস আজিলৈকে হোআ নাই, এতেকে বিভিচাৰ বিসয়ক কেই পাঁতিমান আমি তলত লেখিলোঁ। আমি ভাৱনা কৰোঁ জে আমাৰ উপদেস মন দি পৰ্হি জিবিলাকে বিভিচাৰত প্ৰবৰ্ত্তে সিবিলাকে তাক এৰিব।

পুৰ্ব কালত য়োচেফ নামে এজন ডেকা মানুহে বিভিচাৰ বিসয়ত জি কৰিচিল তাৰ বিবৰন কঁও সুনা। তেঁওৰ সকল ভায়েকতকৈ বাপেকে তেওক বৰ্হাকৈ মৰম কৰাত ভায়েকহঁতে হিংসা কৰি এক সময়ত চল পাই কোনো কোনো বিদেসি মুদৈত তেঁওক বেচিলে। পাচে সেই মুদৈয়ে তেঁওক মিচৰ দেসত সেনাপতি এজনৰ ভত গোলামকৈ বিকাত তেঁও অতি মন দি বন কৰাত সেনাপতিৰ বেথা লাগি সেসত তেঁওক ঘৰৰ গৰাকি পাতিলে। য়োচেফ ৰুপৱন্ত আচিল হেতুকে সেই সেনাপতিৰ ঘৈনিয়েকে অতি কামাতুৰ হৈ এদিন তায়ে সৈতে একে সজ্যাত সুবলৈ তেঁওক অনেক কাকুতি কৰিলে, কিন্তু তেঁও ধৰমলৈ ভই কৰি সেই পাপ কৰম ন কৰি এক মুহৰ্তক কালো তাইৰ কথাত মান্তি ন হল। তাতে তেঁও কাম জই কৰি ভালেমান বন জিকা সেনাপতি সকলতকৈও বৰ্হা জসস্যা পালে। তেঁওৰ এই কৰম সকলো দেসৰ ডেকা মানুহৰ প্ৰতি এটা উপমাৰ ঠাই হৈচে আৰু তাৰে এই জনা জাই জে ধৰমৰ বাটে থাকিলে ইশ্বৰৰ সহায়েৰে অপ্ৰয়াসে পাপ জই কৰিব পাৰি।

এতেকে সকলো ডেকা মানুহেই য়োচেফৰ দৰে এই পাপ কৰমত নিৰ্দোসে থকা হলে আনন্দৰ কথা ন হলহেঁতেন নে? হাই হাই কি ধনৱন্ত কি দুখিয়া কি পণ্ডিত কি মুৰ্খ কি ডেকা কি বুঢা এই পাপৰ পৰা আঁতৰ প্ৰাই অনেকে ন হই, আৰু আটায়ে এই পাপক লঘু বুলি তাত প্ৰবৃিত হই। কিন্তু এনে লোক সকলে আপোনাৰেহে সৰ্বনাস কৰে কিয়নো বিভিচাৰ জি এক মহা পাপ তাৰ পৰা মানুহৰ অনেক অপকাৰ হই আৰু ইশ্বৰৰ মনতো তাৰে পৰা আমি ঘৃিন্য হঁও। এতেকে তাৰ পৰা বিমুখ হোআ এক অতি আৱস্যক কৰম হেতুকে তলত কিচুমান তাৰ কথা লেখোঁ।

প্ৰথমতে বিভিচাৰ ক্ৰিয়াৰ পৰা মানুহৰ ইহকালতো ভালেমান দন্য আৰু অসুখ হই তাৰে কেইটিমান প্ৰমান দিঁও।

১। সেই পাপে মনক নষ্টহে কৰে। জিবিলাকে তাত ৰত হই সিহঁতে বিদ্যা আৰু ধৰমৰ পৰা জি সকল সুখ হই তাক ভোগ কৰিব নোআৰে। দেখা এই দেসত কত ভালেমান মানুহৰ লৰাই লম্পট হৈ নিলাজৰ নিচিনা কেতেক অজুগুত কথা কৰিব লাগিচে। জি বিদ্যাৱন্ত আৰু গিয়ানি তাক লম্পট সকলৰ মাজত কেতিয়াও নো পোআ, কিয়নো সিহঁতে আলাহ কৰি অকল কুমন্ত্ৰনাতে দিন খেদাই আৰু অকৰমেৰে সিহঁতৰ অভিলাস সিধি কৰি ফুৰে। এই দৰে সিহঁতে সৰপা আৰু কামাতুৰ হৈ জি ডেকা কালত গিয়ান আৰ্জিব লাগে তাক মিচা কথাত বিয়ই কৰি অগিয়ান আৰু অসভ্য হৈ অৱসেসত মানুহৰ কৰ্ত্তব্য কৰম সকল কৰিব নোআৰা হই।

২। বিভিচাৰ কৰমৰ পৰা সৰিল সুস্থতা নষ্ট কৰে। দুষ্টা তিৰোতাই সৈতে সংসৰ্গ কৰিলে জি সৰিলৰ ৰোগ হই তাক আটায়ে জানে, আৰু সেই অকৰমৰ পৰা লোকক ওভোতাবলৈ ইশ্বৰে সেই ৰোগ সৃজিচে। কিন্তু হাই হাই কত হেজাৰ হেজাৰ মানুহে জানি সুনিও এই ভই নে মানি সেই মৰিয়াত পৰি অলপ বয়সতে মৰি জাই, আৰু কিমান মানুহে নিৰ্বলি আৰু ৰুগিয়া হৈ অকৰমৰ ফল ভোগ কৰে। ইয়াত বাজে বাপেকে সেই অকৰম কৰাৰ নিমিত্তে তাৰ অসংখ্য সন্তানবিলাক ন মৰে মানলৈকে নিৰ্বলি হই।

৩। এই কুকৰমৰ দোআৰাই ধন খ্যই হৈ মানুহ দৰিদ্ৰ হই, কিয়নো ধন নে ভাঙিলে লম্পটই-

তৰ কুঅভিলাস সিদ্ধি কৰিব নোৱাৰে; দেখা দুৰ্ভগা বেস্যা তিৰোতাবিলাকে ধন নে পালে পুৰুসে সৈতে প্ৰায়েই আলাপ ন কৰে, আৰু সিইঁতৰ ঘৰতে কত মানুহৰ ধন আৰু অলঙ্কাৰ হেৰাই। তাত বাজে কত ধনৱন্ত মানুহে বিভিচাৰ ক্ৰিয়াতে নিজে আৰু বাপেক ককাকে অৰ্জা সৰ্ব্বস্ব ভাঙ্গি সেসত নিচেই দুখিয়া হই। আৰু অনেক লোকে জি সকল ধন স্ৰমকৈ আৰ্জে তাক সৰা তিৰোতা প্ৰতিপাল কৰাত নে ভাঙ্গি এই কুকৰ্ম্মত ভগন কৰি সিইঁতক জাতনা দিএ। অনেকৰো এই পাপতে ধাৰ লাগি সেসত বন্দিসালেইহে গতি হই। হাই হাই এই পাপত জিমান ধন নষ্ট হই আন কোনো পাপতে তিমান ন হই।

৪। এই পাপৰ দোআৰাই গ্ৰিহস্থৰ মঙ্গল গুচি নানা উত্পাত হই। অৰ্থাত কোনো লোক পৰস্ত্ৰিত আসক্ত হলে তাৰ স্ত্ৰিয়ে বেজাৰ পাই তাক আগৰ দৰে মৰম কৰিবলৈ এৰি আদৰ সেৱা ন কৰে। কেতিয়াবা কেতিয়াবা এনে তিৰোতাই স্বামিৰ দোস দেখি আপুনিও সতিত্ব এৰি কুবাট লই। জি লোকে এনে কুবেৱহাৰ কৰে তাৰ সন্তানইঁতে বাপেক মাকক অসজ দেখি সিইঁতক সত্কাৰ ন কৰি সিইঁতৰ দ্ৰিষ্টান্তহে লই। এতেকে এনে ঘৰত মান, কুসল, সুখ আৰু ধৰ্ম্ম কোনো ৰূপেই নে থাকে।

৫। লম্পট পুৰুস সকলৰ পৰা অনেক সৰা আৰু তিৰোতাৰ দুৰ্দ্দসা হৈছে। দেখা বৰ বৰ নগৰত জত সৰহ বেস্যা তত নিচ মানুহো সৰহ, কিয়নো পুৰুসবিলাক জিতেন্দ্ৰিয় হোৱা হলে এনে পাপিষ্ঠা তিৰোতা নে থাকিলহেঁতেন। কোনো কোনো তিৰোতা আপোন ইচাৰে এনে কুবেৱহাৰ কৰে হই, কিন্তু প্ৰায়েই পুৰুসৰ দুষ্টামিতহে সতিত্ব এৰি মাক বাপেকে খেদিলে অৱসেসত বেস্যা হই, আৰু আন একো উপাই নে পাই পাপ সাগৰত তল গৈ একে বেলিএ সকলো সদ্গুনকে এৰে, পাচে সেই অকৰ্ম্মেৰে আয়ুস খাই কৰি অলপ কালতে মৰে। জদি কেৱে কেৱে সৰহ দিন জিয়াই থাকে তেও সিইঁতে সজ সমূহৰ পৰা আঁতৰ হৈ আন আন অলপ বয়সিয়াল তিৰোতাক সেই কৰ্ম্মলৈ নিএ। আৰু কি লেখিম? উপপতিৰ পৰা ওপজা জাৰজ সন্তানৰ কি দুৰ্দ্দসা তাক লম্পট সকলে বিবেচনা কৰি চাওক, সিইঁতৰ তালেমানৰ অপম্ৰিত্যু হই আৰু জিলেও আটাইৰে মনত ঘ্ৰিনা হৈ থাকে।

৬। বিভিচাৰাদি কৰ্ম্মৰ পৰা আন অনেক অকৰ্ম্মো হই। কেৱে কেৱে কামাতুৰ হৈ সিইঁতৰ কুঅভিলাস সিদ্ধি কৰিবলৈ আন একো উপাই নে পাই চোৰ হই, আৰু সৰাইতে মাক বাপেকৰ আৰু দাসইতে গ্ৰিহস্থৰ ধন চুৰ কৰি থাকে। কেতবোৰে বা আপোনাৰ দোস গুপ্ত কৰি ৰাখিবলৈ গৰ্ভৱতিৰ গৰ্ভস্ৰাৱ কৰি কতক তিৰোতাৰ বধ লৈ মহা পাপ কৰে। কেতিয়াবা কেতিয়াবা এজনি তিৰোতাত দুটা তিনটা মানুহ আসক্ত হলে সিইঁতৰ মাজত হিংসা হৈ এটাক আনে বধ কৰি পিচে ৰজা ঘৰৰ পৰা প্ৰান দণ্ড হই। হাই হাই অলপ সবিলৰ সুখৰ নিমিত্তে কিমান মানুহৰ দুৰ্লভ প্ৰান নষ্ট হই। ইয়াৰে পৰা জনা জাই জে পৰদাৰিক মানুহ জগতৰ মলি মাথোন আৰু এই নিমিত্তে সিইঁতে সকলো ধাৰ্ম্মিক মানুহৰ আগত ঘ্ৰিনা হই।

হে পাঠক সকল, বিভিচাৰ কৰ্ম্মৰ পৰা মানুহৰ ইহকালতে জি দুখ আৰু বিপদ হই তাৰ কথা আমি লেখিলোঁ। লম্পট সকলৰ অকল সেই সকল দুখ আৰু আপদ হৈ থকা হলে সিইঁতলৈ সি চিলা আৰু নিচেই সামান্য দুখ হলহেঁতেন, কিন্তু অকল সেই মানতে সিইঁতৰ দুখৰ ওৰ ন পৰে, কিয়নো সকলোতকৈ স্ৰেষ্ঠ জি ধৰ্ম্মময় ঈশ্বৰ তেঁও লম্পট সকলক ঘ্ৰিনা কৰি সিইঁতক অনন্ত কাললৈকে প্ৰজ্বলিত অগ্নিময় নৰক কুণ্ডত অৱস্যে পেলাব। মানুহ সকলক এই পাপত লোমোৱাৰ পৰা ৰাখিবলৈ সাস্ত্ৰতো কৈছে। জথা "হে পুত্ৰ মোৰ বিদ্যাৰ বাক্য মন দি সুনা, আৰু মোৰ বুধিৰ বাক্যত কান দিয়া, কিয়নো বিভিচাৰিনি তিৰোতাৰ মুখৰ পৰা মৌ ওলাই আৰু তাই তেলতকৈও স্নিগ্ধ বাক্য কই, কিন্তু তাইৰ অভিপ্ৰাই নাগদানাৰ নিচিনা তিতা আৰু দুই কালে ধাৰ থকা দাৰ নিচিনা তিক্ষ্ন। তাইৰ ভৰি ম্ৰিত্যুলৈ জাই আৰু তাইৰ ভৰিৰ খোজে পাতাললৈ নিএ" কোনো মানুহে জলা জুইক কোলাত ৰাখিলে

তাব কাপবত নু পুবিব নে? আক আঙ্গঠাত জবি দিলে তাব তলুবা নু পুবিব নে? সুতবাং পবস্ত্রি গামিবো সেই দুর্দসা হৈ সি দণ্ডনিয় ন হৈ নে থাকে। জি পবস্ত্রি গমন কবে সি নিচেই হিন বুধি আক সি আপুনি আপোনাব প্রান নাস কবে, কিয়নো বেস্যা জি পবস্ত্রি তাই দুর্মুন্য মানুহব প্রানক মাবিবলৈ বিয়াধব নিচিনাকৈ বিচাবি ফুবে; আক তাই নানা চলেবে তেকা, মানুহক ভুলাই তাইব স্তুতি বাক্যেবে তাক কুবাটে নিয়ে। তাতে বনিক জি কপে সালত সুমাই বা সো পিম্বোআ দুবাত্মা জি কপে সাসনব ঠাইলৈ জাই নাইবা চবাই জেনেকৈ ফাঁদলৈ উবি গৈ তাবে তাব কলিজা নি বিন্ধে মানে সেই ফাঁদ তাক মাবিবলৈ পাতিচে বুলি নে জানে সেই দবে মূর্খেও বেস্যাব পাচে পাচে গৈ প্রান নষ্ট কবে।

এতেকে হে পুত্র মোব বাক্য সুনা, বিভিচাবিনিব ওচবব পবা নিলগলৈ জোআ, তাইব ঘবব দুআবব সোনে মুখ ন কবিবা, পাচে জানো তোমাব সম্ভ্রম পবব হাতত সমর্পনা কবা আক ক্রুব লোকব অর্থে তোমাব প্রান নাস হই। তাতে অৱসান কালত সবিলব মঙ্গহ খাই হৈ তুমি হাহাকাব মাথোন কবিবা, আক সেই কালত হাই হাই মই সত্পবামর্সত কিয় বেজাব হৈচিলোঁ আক অনুজোগ বাক্যত বা কিয় বিতুষ্টি হৈচিলোঁ এনে জেন নো বোলা।

হে লম্পট সকল এইবোব কথা বিবেচনা কবি সেই পাপ বিসয়ত নি চিন্তি নে থাকি সমই থাকোঁতেই কুবাট এবি পাপ খেমালৈ ইস্ববব প্রতি পালটা, জদি এই পাপতে বুবি থাকা তেন্তে সেসত তোমোলাকব সর্বনাস হব। আক এই পাপত বির্লিপ্ত অলপ বয়সিয়াল তেকা মানুহব প্রতি কঁও সুনা, তোমোলাকে সাবধান হৈ কাল জাপন কবা, কিয়নো আন মানুহব নিচিনা তোমোলাকবো এটা কুস্বভাব আচে, আক তুলাত জুইব ফিবিঙটি পবিলে জি দবে জলি উঠে তেনেকৈ তোমোলাকব চাবিও কালে থকা অসজ্ লোকব বুধি আক দ্রিষ্টান্ত লৈ তত্তালিকে তোমোলাকব মনত কুমতিসাস হৈ সেই অকবমত প্রবিত্ত হব পাবা, এতেকে কেতিয়াবা এই দবে কুমতি হলে সেই মতি সিঘ্রে দমিবলৈ জতন কবিবা। কোনো সময়ত সেই ধার্মিক য়োচেফব নিচিনা আপদত পবিলে তেঁও জেনেকৈ পাপ ভয়ত অকবম ন কবিলে তোমোলাকেও দুষ্টা তিবোতাই আহ্ত কবিলে তাইব কথাত মান্তি ন হবা। কিন্তু ইস্ববে সেই পাপ কবিবলৈ জে হাক দিচে আক তাক কবি তেঁওব আগত জে কেয়ে সাবিব নোআবি উচিত দণ্ড পাব ইয়াকে মনত বাখি সদা কালে সাবধানেবে আপোনাক বখ্যা কবিবা। আক কঁও সুনা তোমোলাকে লম্পট মানুহে সৈতে কেতিয়াও কথা বাত্রা ন হবা আক কাম বর্হোআ কবিতা অর্থাত সুনিব ন লগা গিত ইত্যাদি নু সুনিবা আক তোমোলাকক সকলো ঠাইতে সদা কালে নির্দোসিকৈ বাখিবলৈ নিতৌ ইস্ববত প্রার্থনা কবিবা। এই দবে সাবধানে নে থাকিলে আক প্রার্থনা ন কবিলে তোমোলাকে নির্দোসি হৈ থাকিব নোআবা, কোনো সময়ত পাপত পবিব পাবে।

তোমোলাকে আক গমি চোআ, বিভিচাব কবম ন কবিবলৈ ইস্ববে মানুহ সকলক বিবাহ কবিবব অনুমতি দিচে। এতেকে পুকস তেকা হলে উপজুক্ত বয়সিয়াল আক সত্ গুনেবে কোনো তিবোতাক বিয়া কবাই দুয়ো মিল প্রিতিয়ে একে লগে থকা ভাল। আক জদি কোনো কার্জত ভালেমান দিনলৈকে প্রবাসত থাকিব লগা হই তেন্তে লগত ভার্জাক নি থকা ভাল। কিন্তু ইস্ববক সেবা কবিবলৈ নে পাহবিবা; কিয়নো সোনে জেনেকৈ মঙ্গহ পচিব নি দি ভালে বাখে তেনেকৈ ধবমেও মানুহক পাপব পবা বখ্যা কবে।

এই অসম দেস বিভিচাব বিসয়ত জি দুবৱস্থাত আচে তাক গুনি চালে দেসব হিত চিন্তোতা কাব মনত সোকব উত্তব ন হব? আদিতে দেখা দেসব ভাল আক বিসিষ্ট লোকব সন্তান সকলব ভিতবব কতকে পূর্ব পুকস সকলব বিতি এবি সেই পাপক নিচেই লঘু গিয়ান কবি তাতে প্রবর্ত্তিচে, কেয়ে বা উপজুক্ত একো কবম ন কবি তাতে কাল নিয়াইচে, নগববোবতো এতিয়া অনেক দুষ্টা স্ত্রিএ বেস্যা বেবসা কবি প্রবর্ত্তিচে, আক আটাইতকৈ বৰ্হা অসন্তোসব কথা এই জে এই দে-

সৰ সামান্য লোক সকলৰ তিৰোতা খিৰ নো হোৱা হৈচে, সিইঁতৰ ভিতৰত বিবাহ নামেই লোপ হবৰ নিচিনা আৰু ইচা অনুসাৰে স্বামি ভাৰ্জা তিয়াগ কৰে! হাই হাই! বিবাহ আৰু পতিব্ৰতা ভাৰ্জাৰ পৰা মানুহৰ ইহকালত জি সকল সুখ হই এই কুৰিতিৰ দোআৰাই সি সমূলে নষ্ট হই, স্বামি পৰম প্রেমৰ পাত্র জি ভাৰ্জা তাৰে বঞ্চিত হলে কিমান সোক পাই তাক আ-টায়ে জানে, এতেকে জি দেসত এনে কুৰিতি চলে তাত সুখ সান্তি কত আচে?

এই ঠাইতে কেৱে সুধিব পাৰে জে আমি দোসৰ কথা কৈ তাক গুচাবৰ কি উপাই দিলোঁ। হেঁ অসম দেস নিবাসি মিত্র সকল, এই দোস নিবাৰণৰ উপাই তোমোলাকৰ হাতত্তে আচে। আদিতে জানিবা জে বিদ্যাদিৰ দোআৰাই গিয়ান আৰ্জিলে কি কৰম অসজ কি সজ তাক জানি সুতৰাং অকৰম কৰিবলৈ মন গলে গিয়ানেই অঙ্কুশৰ নিচিনা হৈ সেই কুমতিক টানি ৰাখে। এতেকে সকলো পিত্রি মাত্রিএ সিবিলাকৰ সন্তানক গিয়ান সিকাওক, তেনে হলে বিভিচাৰাদি কৰমৰ প্রাদুৰ্ভাৱ ভালেমান টুটিব। কিন্তু অসমিয়া লোক সকলে সিবিলাকৰ কন্যা সন্তানক একো গিয়ান নি সিকাই, লৰাৰ মনে গিয়ান লবৰ জি ৰূপে জোগ্য চোআলিৰ মনো তুল্য ৰূপে জোগ্য এতেকে উভয়কে গিয়ান দিলে বিসেস উপকাৰ দৰ্সিব। আৰু এক ঘাই উপাই এই সন্তানক সকৰে পৰা অসজ আৰু বিভিচাৰ ক্রিয়াৰ নাম লবকে দিব নে লাগে আৰু সিইঁতৰ আগত পিত্রি মাত্রিয়ে সজ্ দ্রিষ্টান্ত নে দেখুআলে সিইঁতে কুবাট লব বুলি জানিব লাগে, এই দৰে উটি অহা সকলেই জদি সুবাট ললে পিচে দেসেই সজ্ হব। পূৰ্বে বিভিচাৰ ক্রিয়া মাত্রেই ঘ্রিন্য হোআত তাত খোৰ দিলেই তাক জাত্যান্তৰ কৰি নানা দৰে লাজ দিচিল হেতুকে জাৰ ধৰম আৰু পৰকালৈল ভই নাচিল সিও মানুহৰ আগত ঘ্রিন্য হম বুলি সেই অকৰম কৰিবলৈ কিচু সঙ্কা কৰিচিল কিন্তু ইদানিক সেই ৰিতি আটায়ে দ্রিঢ়কৈ নাচৰাত কি ইহকাল কি পৰকাল একোলৈকে ভই গুচি ইচাৰেই চলা হল। এই নিমিত্তে পূৰ্বৰ ৰিতি আৰু ওপৰত লিখা উপাই দুইকো লোআ ভাল।

জি হেতুক অসজ লোক সবহ এতেকেহে বেস্যাৰো ব্রিধি; কিন্তু অনেকৰে গিয়ান হলে সিবিলাকে ঘ্রিনা কৰি বেস্যাক উত্সাহ নি দিলে সিইঁত অৱস্যে টুটিব। ইয়াত বাজে আৰু এক উপাই এই, জি জি ঠাইত দেখা দেখিকৈ বেস্যা বেৱসাই কৰিচে তাৰ সকলোকে সমূলোত্পাটন কৰিবলৈ দেসৰ সকলো ভাল লোক গোট খাই পুৰুসাৰ্থ কৰক আৰু দেসৰ অধিপতি সকলৈ বেস্যা খেদিবলৈ জনাওক, সুতৰাং বেস্যাই জদি ঠাই নো পোআ হল তেন্তে অকৰমো ভালেমান টুটিব, কিয়নো গ্রিহস্থৰ ঘৰত ধন দেখিলেহে চুৰ কৰে, তেনেকৈ অকৰমৰ উপাই দেখিলেহে অকৰম কৰিব।

কিন্তু সামান্য সকলৰ জি দুৰাৱস্থা হৈচে তাৰ ঘাই হেতু এই; সাস্ত্রত তিৰি পুৰুস একত্রে থাকি কেৱে কাকো তিয়াগ কৰিব নোআৰিবলৈ বিবাহৰ নিৰ্বন্ধ কৰিচে, সেই নিয়ম এৰি বিবাহ ন কৰাকৈ জি তিৰোতা ৰাখে সি বৰ অজুগুত, আৰু এই দৰে তিৰি পুৰুস ধৰমৰ জৰিৰে বন্ধা ন থকাত একে আনক অপ্রয়াসে এৰে আৰু সেই হেতুকে দেসৰ অধিপতি সকলেও তিৰি পুৰুসৰ সম্বন্ধ দ্রিঢ়কৈ ৰাখিব নোআৰা হল। এতেকে সকলোএ আপোনাৰ ৰিতি অনুসাৰে বিবাহ ন কৰাকৈ কেতিয়াও তিৰোতা নানিব, আৰু দেসৰ সকলো বৰ লোকে সিবিলাকৰ কথা লোআ সামান্য লোকক বিবাহ কৰিবলৈ সদাই লোআব।

তিৰোতাবিলাকে জে কেতিয়াবা কেতিয়াবা স্বামি এৰি পলাই পত্যান্তৰ ভজে সিও এক মহা সোকৰ কথা। ইয়াৰ হেতু এটা এই, দেখা কি ভাল কি বেয়া সকলোৰে ভিতৰত অনেকে তিৰি পুৰুস জি ভাৱে থাকিব লাগে তাক নে জানি তিৰোতাই সৈতে দন্দ কৰি কেৱে কেৱে অনেক কুৱেৱহাৰ কৰি ভালেমান জাতনা দিএ আৰু জি সুখৰ নিমিত্তে বিবাহ কৰাই সেই সুখৰ পৰা বঞ্চিত হৈ ইশ্বৰৰ অভিপ্রায়ৰ বিপৰিত কৰে। কিয়নো স্বামি ভাৰ্জাৰ ভিতৰত এনে কুৱেৱহাৰ হলে ভাৰ্জাই স্বামি তিয়াগ কৰা অসম্ভৱ ন হই।

এই সকল কথা গুনি চাই হে লোক সকল ভার্জা বে সদাই মিলে প্রিতিএ থাকিবা।

এই অসম দেসৰ অনেক ঠাইত বচৰি বিহুত ৰি সকল বিভিচাৰ ক্রিয়া কৰে তাক সকলে জানে। এই কুৰিতি আন কোনো দেসত নাই আক সি অসমৰ এক মহা কলঙ্ক হৈচে। হাই হাই! লোকৰ কি ধৰম গিয়ান নিচেই গুচিল? সদ্ লোক সকলে কি এই কুচিত্ত কথাত একে বেলিএ চকু মুদিলে? বিহুৰ অকৰমৰ কথাত কাৰ চিত্তে বিসম নে পাৰ? হে দেসস্থ বৰ লোক সকল তোমোলাকে এই কুকৰম একে বেলিএ গুচাবৰ পুৰুসার্থ কৰা অৱস্যে পাৰিবা। হে অসম দেসি লোক সকল, ভালেমান পলম হল, ঝটা, আটায়ে গোট খাই ওপৰত লিখা সুৰিতি লৈ কুৰিতিবোৰ এৰা আপুনি ইহকাল পৰকাল উভয়তে তোমোলাকৰ মঙ্গল হব। আ.

---

মিহুদা দেসত জাত্রা কৰোঁতে উইল্চন নামে এজন পাদুৰি চাহাবে য়াকোবৰ নাদ পাই বৰ দ দেখি লেখুৰে সৈতে জুখি ৫০ পঞ্চাস হাত পালে।

---



Almanac for May, 1848.

## মেই মাহৰ পঞ্জিকা।

খ্রিং অং ১৮৪৮। হিন্দু সঁক ১৭৭০।

| | | | | | | |
|---|---|---|---|---|---|---|
| সোম | ১ | ২০ | ৫।২৬ | ৬।২৮ | ২৮ | ৪।১২ |
| মঙ্গল | ২ | ২১ | ৫।২৫ | ৬।২৯ | ২৯ | চন্দ্রাস্ত |
| বুধ | ৩ | ২২ | ৫।২৫ | ৬।২৯ | ০ | ৭।১০ |
| ব্রিহস্পতি | ৪ | ২৩ | ৫।২৪ | ৬।৩০ | ১ | ৮।১৬ |
| সুকুৰ | ৫ | ২৪ | ৫।২৩ | ৬।৩০ | ২ | ৯।২০ |
| সনি | ৬ | ২৫ | ৫।২২ | ৬।৩১ | ৩ | ১০।২১ |
| দেও | ৭ | ২৬ | ৫।২১ | ৬।৩১ | ৪ | ১১।১৫ |
| সোম | ৮ | ২৭ | ৫।২০ | ৬।৩২ | ৫ | পুৱা |
| মঙ্গল | ৯ | ২৮ | ৫।২০ | ৬।৩৩ | ৬ | ০।৩ |
| বুধ | ১০ | ২৯ | ৫।১৯ | ৬।৩৩ | ৭ | ০।৪৮ |
| ব্রিহস্পতি | ১১ | ৩০ | ৫।১৮ | ৬।৩৪ | ৮ | ১।২৭ |
| সুকুৰ | ১২ | ৩১ | ৫।১৮ | ৬।৩৪ | ৯ | ২।৪ |
| | | জেঠ | | | | |
| সনি | ১৩ | ১ | ৫।১৭ | ৬।৩৫ | ১১ | ২।৩৮ |
| দেও | ১৪ | ২ | ৫।১৭ | ৬।৩৫ | ১১ | ৩।১৪ |
| সোম | ১৫ | ৩ | ৫।১৬ | ৬।৩৬ | ১২ | ৩।৪৯ |
| মঙ্গল | ১৬ | ৪ | ৫।১৬ | ৬।৩৬ | ১৩ | ৪।২৬ |
| বুধ | ১৭ | ৫ | ৫।১৫ | ৬।৩৭ | ১৪ | চন্দ্রোদই |
| ব্রিহস্পতি | ১৮ | ৬ | ৫।১৫ | ৬।৩৭ | ১৫ | ৭।৮ |
| সুকুৰ | ১৯ | ৭ | ৫।১৪ | ৬।৩৮ | ১৬ | ৮।০ |
| সনি | ২০ | ৮ | ৫।১৪ | ৬।৩৯ | ১৭ | ৮।৪৮ |
| দেও | ২১ | ৯ | ৫।১৩ | ৬।৪০ | ১৮ | ৯।৩৯ |
| সোম | ২২ | ১০ | ৫।১৩ | ৬।৪০ | ১৯ | ১০।২৭ |
| মঙ্গল | ২৩ | ১১ | ৫।১৩ | ৬।৪১ | ২০ | ১১।১২ |
| বুধ | ২৪ | ১২ | ৫।১২ | ৬।৪১ | ২১ | ১১।৫৬ |
| ব্রিহস্পতি | ২৫ | ১৩ | ৫।১২ | ৬।৪২ | ২২ | পুৱা |
| সুকুৰ | ২৬ | ১৪ | ৫।১১ | ৬।৪২ | ২৩ | ০।৩৭ |
| সনি | ২৭ | ১৫ | ৫।১০ | ৬।৪৩ | ২৪ | ১।২০ |
| দেও | ২৮ | ১৬ | ৫।৯ | ৬।৪৩ | ২৫ | ২।২ |
| সোম | ২৯ | ১৭ | ৫।৮ | ৬।৪৪ | ২৬ | ২।৫৭ |
| মঙ্গল | ৩০ | ১৮ | ৫।৭ | ৬।৪৪ | ২৭ | ৩।৩৩ |
| বুধ | ৩১ | ১৯ | ৫।৬ | ৬।৪৫ | ২৮ | ৪।১৪ |

৩ দিনৰ ভাটি ১।৩২ বজাত আমাবাস্যা।

১৮ দিনৰ ভাটি ১ বজাত পুর্নিমা।

*The* Orunodoi, *Published Monthly by* O. T. Cutter, *at the Am. Bap. Mission Press, Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

ত্ৰিতিয় চোঙা। মো° সিৱসাগৰ, মেই, ১৮৪৮ খ্রি অং সংক। নম্বৰ ৫।

V.OL. III. SIBSAGOR, ASAM, MAY, 1848. No. 5

## অনেক দেসৰ সম্বাদ।

General Intelligence

কলিকতা নগৰত ১১ বচৰৰ ভিতৰত ফাঁচি দিঁয়া চতি তোলা নাই, কিন্তু এতিয়াহে হুলি ২৪ এপ্ৰিল তাৰিখত কষ্টম নামে জি একন দুষ্টে আপোনাৰ সাহএক দুই লৰাই সৈতে বধ কৰিলে, তাক অনেক মানুহে দেখাতে ফাঁচি দিলে।

২১ এপ্ৰিলত কলিকতাৰ একনি তিৰোতা মানুহক বধ কৰা হৈছে। সেই দিনাই একন পৰ্তুগিচ মানুহেও আন এটাক খুচিলত সি আপোন ঘাতি হবলৈ ধৰিচিল; কিন্তু ঘা মাধোন লাগিল, মানুহ জিলে।

সেই নগৰত ২২ এপ্ৰিলত এটা মানুহে তিৰোতাই সৈতে দন্দ কৰি আচিল। পাচ দিনা তাৰ ঘৰৰ দুআৰত তলা চাবি দি বন্ধ কৰা দেখি ওচৰ চুবুৰিয়াবিলাকে মানুহ নাই কিয়া বুলি জানিলে; কিন্তু ক্ৰমে সংসই কৰি দুআৰ ভাঙ্গি চালত সেই তিৰোতাক মাৰি পেলাই থোআ দেখিলে; গৈপেক পলাই আচিল।

পাচ দিনা আন মতা মাইকি এহালে দন্দ লগাই গৈপেকে দাৱে সৈতে ঘৈনিএকক কাটিলত মৰা বুলি জানি আপোনাৰ ডিঙ্গিকো কাটিলে; পাচে লোকে তাক হস্পিটাললৈ নি দৰব খুআলে; জিএ নে মৰে সঠিক নাই।

আৰু ২১ এপ্ৰিলৰ ৰাতিত কোনো পৰ্তুগিচ মানুহে গিৰ্জা ঘৰৰ পৰা উলটি জাঁওতে এন্ধাৰ নিসাত বাট হেৰুআই একনি তিৰোতাই কোলাত লৰা লৈ বেৰ নো হোআ এটা নাদত পৰিল, পাচে আন মানুহ এটাও তাত পৰিল। পানি এহাত মাধোন দ, সৰহ হোআ হলে মৰিলেহেঁতেন।

সেই মানুহৰ মুখ আদিত ঘা লাগিল; তিৰোতাৰো কেতবোৰ দাঁত খুন্দা খাই সুলকি গল।

মৌ নগৰত হেৰবৰ্ত নামে একন কাপ্তান চাহাবে বৰা এটাক খেদি গুলিউআত সি মৰা বুলি জানি তাৰ ওচৰ চাপি গলতে বৰাই উঠি চাহাবৰ



হাত আৰু ভৰি বৰকৈ খুচি কামুৰিলে, তাতে প্ৰান মৰে বুলি বৰ সংসই হৈছে।

বালান গিগনি নামে মাজুলিত বহুত জাহাজৰ ডকাইত থকা সুনি মানিলা নগৰৰ ইস্পানিয়া লোকে ভাপ জাহাজ ৩ খন, আন জাহাজ দুখন, টোপৰ নাও ১৪ খন, ৬০০ বনুআ, ৫৬ নৰ টোপে সৈতে ধৰিবলৈ পঠালে। তাতে বৰ জুধ হৈ ইস্পানিয়াই ৪৫০ জন ডকাইতক মাৰি, সিহঁতৰ ১৫০ তেৰ স তকা দিয়া নাও কাঢ়ি নিলে। ইস্পানিয়াৰ হানি, মৰা ২১ জন, খুন হোআ ৬০ তিনি কুৰি।

লাহোৰৰ ভাটি কালে মুলটান নগৰত আগিউ আৰু আন্দৰ্চন নামে জি দুজন কাপ্তান চাহাব তাতে থকা হৈচিল, সিবিলাকৰ অহিতে মানুহ উঠি জুধ কৰি দুইকো বধ কৰিলে। তাক খাঁচিজ নামে নগৰৰ জি অধিকাৰ, তাকো কাটি এধা মৰা কৰিলে।

জি ডাক ৭ এপ্ৰিলত লণ্ডন নগৰৰ পৰা আ-

হিল, সেয়ে মেই মাহৰ ১৪ তাৰিখত কলিকতা নগৰ পালেহি।

১৮ মার্চ তাৰিখত ইংলণ্ডৰ মহা ৰানিৰ এৰনি জিএক জনমিচে। এতিয়া কোঁঅৰ কুঁঅৰি মুঠে চটা হৈছে।

ইংৰাজি দেসৰ দনিহ্ নগৰৰ ওচৰত সাগৰৰ দাঁতিত এটা স্যার্ক মাচ ৰামত লাগি ৰল। পাচে মানুহে তাৰ ওচৰলৈ গলত সি মুখ মেলি তিনি সাৰি ভয়ঙ্কৰ দাঁত দেখাই কাঠ আদি জি পাই আটাইকে কামুৰি চিৰিলে। সেসত এটা মানুহে চাচোন লৈ পাচ ফালে আহি তাৰ মুৰত বলেৰে মৰিয়াই মাৰিলে। তাৰ দিঘল ৮ হাত, আগ মজহৰ পৰা বহু তেল ওলাল।

ফ্ৰাঞ্চ দেসৰ মানুহবিলাকে ৰজাক এৰি স্বতন্ত্ৰ হোআ সুনি জর্মানি আদি কৰি ইউৰপৰ অনেক অনেক ৰাজ্য ৰৰ অথিৰ হল। জর্মানি প্ৰদেসবোৰত ৰজাবিলাকে আপোনাৰ প্ৰজাৰ অতি হৰা মুৰা সুনি দমিৰ নোঅৰাত সিইঁতত সমর্পন হৈ জাৰ জি ইচা তাৰ দৰে প্ৰৱর্তিবলৈ আৰু কৰলৈ, আৰু চাপাখানাত ইচাৰ মতে কথা চাপিবলৈ আগ্যা দিলে। উআইমাৰ, হাম্বুর্গ, ৰর্ত্তম্বর্গ, কার্লচ্ৰূহ, এই বিলাক নগৰত মানুহবিলাক উঠিল, কিন্তু জুধ ৰগাৰ কৰা ন হল। সেই দেসৰ দ্ৰেচ্দেন নগৰত মানুহ সমুহক গুলিয়াবলৈ অধিকাৰে আগ্যা দিলে, কিন্তু সেনাবোৰে অৰমান হৈ তাক ন কৰিলে।

আস্ত্ৰিয়া দেসৰ বিএনা ৰাজ নগৰত ১৩ মার্চত ৰাজ মেল গোট খালত লোকবিলাকে চাৰিও পোনে চাপি অনেক নিবেদন কৰিলে; পাচে গধুলি বেলাত সমুহ লোক সৰহ হৈ ৰৰ চৰা, হিলৈৰ ভঁৰাল আদি কৰি বেৰি লুট কৰিলে। পাচে মেত্তর্নিক নামে জি প্ৰধান ৰাজ মন্ত্ৰিএ অনেক বচৰৰ পৰা প্ৰজাবোৰক কঠিন মতেৰে সাসন কৰিলে, তাৰ ঘৰ বেৰি নষ্ট কৰিলে, কিন্তু সি পলাই গল। তাৰ পাচে নগৰিয়াবোৰে সেই ৰাজ মন্ত্ৰিৰ মুর্ত্তি সাজি ফাঁচি দি দিমটো টোপনি আৰি ৰাখিলে। পাচে মহা ৰজা সমুহৰ মাজে আলি ৰাটে গৈ তোমোলাকে জি জি খোজা সকলোকে দিম, ইয়াকে কান্দি কান্দি কলে। তাতে সকলো মানুহে সন্তোস পাই, মহা ৰজা চিৰঞ্জিৱি, চিৰঞ্জিৱি-বুলি হৈধনি কৰিলে। সেই জুধত ১৩ মার্চত সেনাবোৰে ২০ মান মানুহক গুলিয়ালে; পাচে আৰু দুই তিনি স মান মানুহ মৰিল।

প্ৰুচিয়া দেসৰ বর্লিন ৰাজ নগৰত ১৮ মার্চত মহা ৰজাই প্ৰজাবিলাকক থিৰ হৱৰ নিমিত্তে সন্তোস কৰিবলৈ এক প্ৰসন্নৰ কথা পৰ্হাই সুনালে; তাতে ৰাজ ঘৰৰ ওচৰত গোট খোআ লোক সমুহৰ কোনো কোনোএ সন্তোস পাই সলাগিলে; কিন্তু পাচে ৰৰকৈ বেৰি থৰাত ৰজাৰ কোনো সেনাপতিএ সৈতে দন্দ লাগিলত দুই এক বাৰ হিলৈৰে গুলিয়ালে। তেতিয়া সকলো মানুহে ৰন ৰন বুলি হৰা মুৰা কৰি নগৰৰ আলিত পাৰি দিয়া পাটবিলাক তুলি দমাই আলিবোৰ ভেঁটিলে। পাচে ৰজাৰ ২০,০০০ কুৰি হেজাৰ সেনাই সৈতে দু দিনলৈকে জুধ হোআত সেনাবোৰে জিকিৰ নোঅৰা দেখি ৰজাই ওলাই আহি মানুহবোৰৰ আগত কথা কৈ আগৰ মন্ত্ৰিক গুচাম বুলি সেনাবোৰক ৰন এৰিবলৈ হুকুম দিলে।

ৰাৱেৰিয়া দেসৰ ৰজাই আপোনাৰ মন্ত্ৰিবোৰ সলালে, কিন্তু পাচে প্ৰজাৰ কাৰনে অনেক বেজাৰ পাই দেস এৰি গুচি গল।

হঙ্গাৰি দেসৰ পৰা পত্ৰ আহি কৈচে, মানুহবিলাকে তাতে এখান স্বতন্ত্ৰ ৰাজ পাতিচে।

ৱেনিচ আদি লম্বার্দি দেসৰ অনেক নগৰৰ লোকে অস্ত্ৰিয়া ৰজাৰ তলত আৰু নে থাকি স্বতন্ত্ৰ হম বুলি ২০ মার্চত আপোনাৰ এখান দেস পাতিবলৈ আৰম্ভন কৰিলে। মিলান নগৰৰ লোকে মার্চৰ ১৯ দিনত অস্ত্ৰিয়াৰ সেনাবিলাকে সৈতে ৰৰ জুধ কৰি জিনি সিইঁতৰ সেনাপতিকো ধৰি ললে। পোলণ্ড দেসৰ ক্ৰাকৌ নামে জি নগৰ অস্ত্ৰিয়াই কাঢ়ি ললে, সেয়ো স্বতন্ত্ৰ হল।

আমেৰিকাৰ আগৰ দেসাধিপতি জন কুইঞ্চি আদম্চ চাহাবে ৰাজ মেলত ৰহি থাকোঁতে ২১ ফেব্ৰুআৰিত অকস্মাতে আসনৰ পৰা পৰিলত ওচৰত থকা দুই তিনি মানুহে তেঁওক ধৰি তুলিলে; পাচে অনেক বেজে দৰৱৰ ক্ৰিয়া কৰাতো ২৩ তাৰিখত মৰিল।

উইল্‌কচ নামে এজন আমেৰিকান চাহাবে পাচিফিক মহা সাগৰত জাহাজেৰে ফুৰোঁতে ফিজি মাজু. পালেগৈ। তাত তলৰ নক্‌চাৰ দৰে



Fiji Oracle.

এটা মূৰ্ত্তি আছিল; তাৰ ওখ ৩ হাত মান হৈছিল; ভিতৰত ফোপোলা। একালে মুখ আছে, একালে কান; পোৰোহিতে প্ৰথমতে তাৰ কানত কথা কই, পাচে আপোনাৰ কান মূৰ্ত্তিৰ মুখত দিলে তাৰ উত্তৰ সুনিব পাৰে বুলি কৈচে। সেই গোটাই মূৰ্ত্তি খনৰ ওপৰত মাহৰ নিচিনা সৰু সৰু গুটি এঠাৰে সৈতে লগাই দিয়া হৈচে।

আৰু সেই মাজুলিত এটা ডাওনাই গচৰ পাত গাত পিন্ধি নাচিবৰ দেখিলে। তাৰ মুখত এটা মুখা আছিল; তাৰ একাল কলা বৰন, একাল ৰঙ্গা বৰন হৈছিল; আৰু তাৰ দুই হাতত দুটা টাঙ্গোন ধৰি আছিল; এনে ডাওনাক দেখি সকলা ফিজি মানুহে বৰ ৰঙ্গ পাই। তাৰ নকচা তলত লিখা আছে।



Fiji Clown dressed in Leaves.

## ধৰমৰ কথা বাত্ৰা।

Religious Intelligence.

তুৰুক দেসৰ খ্ৰিষ্টিয়ান মতৰ জি জি মানুহে দুখ তাতনা পাইচে, সেইবিলাকক একো দুখ নিদি নিৰ্বিঘিনি ৰুপে এৰিবলৈ তুৰুক বাদ্‌সাই হুকুম দি চলালে।

কনস্তান্তিনপল নগৰত জোআ বচৰত ৩৪ আৰ্মেনিয়া মানুহে মিস্যনেৰি পাদুৰিৰ কথা সুনি বিস্বাস কৰি খ্ৰিষ্টিয়ান মণ্ডলিত সোমাল।

সুৰ্জ্য কুমাৰ চক্ৰবৰ্ত্তি নামে জি এজন হিন্দু ডেকা মানুহে বেজৰ বিদ্যা সিকিবৰ নিমিত্তে ডক্তৰ গুডিব চাহাবে সৈতে ইংলণ্ড দেসলৈ গল, সেই জনে খ্ৰিষ্টিয়ান ধৰমৰ কথা সুনি বিস্বাস কৰি ২৭ ডিচেম্বৰ তাৰিখত লণ্ডন নগৰৰ এক খ্ৰিষ্টিয়ান মণ্ডলিত সোমাল।

অক্তোবৰ মাহত লিমান নামে এজন জৰ্মানি পাদুৰিএ বৰ্লিন নগৰৰ ওচৰত থকা তেম্প্লিন গাঁৱৰ এখান সৰোবৰত ৯ জনক বুৰ দিয়ালে; কিন্তু প্ৰুচিয়া ৰজাই বৰ নিসেধ কৰা দেখি গুপুত ঠাইত মানুহে ন জনাকৈ তাকে কৰিবলৈ চল পালে। পাচে তাৰ পৰা গৈ তৰনৌ গাঁৱত ৮ জন, ফ্ৰাঙ্কফৰ্ত্ত আৰু চিহাচেনত ৫ জন, আৰু আন আন ঠাইতে দুই তিনি জন সিস্য পাই বুৰ দিয়ালে।

শ্বেহ্ দেসৰ হক্ক্ং নগৰত ৫ নবেম্বৰ তাৰিখে দুজন শ্বেহ্ লোকে দিন নামে এজন পাদুৰি চাইবৰ হতুআই বুৰ পাই মণ্ডলিত সোমাল।

জোআ বচৰত ইংলণ্ডৰ মিস্যনেৰি পাদুৰিবিলাকে হিন্দুস্থান দেসত ৩৩১, লঙ্কাত ৮, আফ্ৰিকাত ৮, জেমেকা ৬০০, আন মাজুলিত ২২২, উত্তৰ আমেৰিকাত ৫৪, মুঠে ১২২৩ মানুহক বুৰ দিয়ালে। আমেৰিকান পাদুৰিবিলাকে মগ দেসত ৫, চিয়াম দেসত ৫, অসম দেসত ১৮, মান দেসত ১৪২১, আফ্ৰিকাত ৩, ফ্ৰাঞ্চত ২১, জৰ্মানি দেসত ২৩৫, আমেৰিকাৰ আদি বাসি ৭৫, মুঠে ১৭৮৩ জনক বুৰ দিয়ালে।

আমেৰিকা দেসত বুৰ পোআ মণ্ডলিৰ ভিতৰত মুঠে ৭,৩১,৯০৬ সিস্য আছে; আন আন দেসৰ মাজত ২,৯৯,৯৩০ আছে।

ইংলণ্ডত ৰাজ ধৰমৰ বাহিৰে জি জি মণ্ডলি আছে, তাৰ সংখ্যা তলত লিখা আছে।

| | |
|---|---|
| ইন্দিপেন্দত অৰ্থাত স্বতন্ত্ৰ | ২,৫৭৫ |
| বাপ্তিষ্ট অৰ্থাত বুৰ পোআ | ১,৭২৭ |
| কালবিনিষ্টিক মেথডিষ্ট | ১,০৩০ |
| উএচলিয়ান মেথডিষ্ট | ৫,৯৪২ |
| প্ৰেচবিতিৰিয়ান | ১৩৫ |
| ইউনিতেৰিয়ান | ২৫২ |
| ফ্ৰেন্দচ | ৩৫৫ |
| ৰোমান কাথলিক | ৫৪৮ |
| আন আন মণ্ডলি | ৩০০ |
| মুঠে | ১২,৮৬৪ |

ইংলণ্ড আৰু উএলচ দেসত ৰাজ ধৰমৰ গিৰ্জা ঘৰ মুঠে ১২,৫০০ আছে। অন্য মণ্ডলিৰ গিৰ্জা ঘৰ ১২,৭৩৪।

স্কটলণ্ড দেসত স্কটলণ্ড ৰাজ ধৰমৰ মণ্ডলিৰ গিৰ্জা ১,১৬০; অন্য অন্য খ্ৰিষ্টিয়ান গিৰ্জা ঘৰ ১,৯৮৩; মুঠে ৩,১৪৩।

আয়ৰলণ্ড দেসত ৰোমান কাথলিক পাদুৰি ২,৭৩৫ জন আছে; গিৰ্জা ঘৰ ২,১০৫।

## সত্য ধৰমৰ চাৰি প্ৰমান।

Four Evidences of Christianity.

এতিয়া পচিম ফালৰ পৰা ইংৰাজ লোকে আহি আমাৰ দেস খাইচেহি, ইয়াকে তোমোলোক সকলোএ জানা। এই ইংৰাজ লোক পুৰ্বে বৰ অসভ্য আচিলে, আমাৰ দেসৰ পৰ্বতৰ ওপৰত থকা নগা মিকিৰতকৈও অসভ্য। পাচে প্ৰভু য়িচু খ্ৰিষ্টৰ পাঁচনিবিলাকে সিবিলাকৰ দেসত এই ধৰম কথা কিৰ্ত্তন কৰিলেগৈ, এই কাৰনে সেই দেসত স্বৰুপ ধৰম বিয়াপি গল, আৰু লাহে লাহে মানুহবিলাকে সভ্য হৈ গল। এতিয়া হলে ইউৰপ দেস ধনৰ মাজত সেই দেস সৰু হৈও গিয়ানি আৰু সক্তিমন্ত।

এই নিমিত্তে সেই ধৰম জে স্বৰুপ, ইয়াৰ চাই টা মান দেখা প্ৰমান সুনাঁও।

প্ৰথম প্ৰমান। অজাতি মানুহক জাতি কৰে সুনা, ইংৰাজ লোক, আৰু মাৰ দেসৰ পচিম ফালে কাৰেন লোক, আৰু পাচিফিক সাগৰত কা অসভ্য লোক, আৰু লঙ্কা দিপত থকা লোক, এই সকলোকে সভ্য কৰিলে; আৰু আগেয়ে জিবিলাক মানুহে মানুহক খাইচিলে, সিবিলাকে এতিয়া এই স্বৰুপ ধৰম পাই সভ্য আৰু বিদ্যাৱন্ত; আৰু এই স্বৰুপ ধৰম তাঁলৈকে নিয়া হলত তাত থকা মানুহবিলাকৰ সুখ সদ আচাৰ বাঢ়িল।

দুতিয় প্ৰমান। এই স্বৰুপ ধৰমে মানুহৰ কুমন গুচাই সত্য মন কৰাই। দেসবিলাকৰ আন ধৰমে মানুহৰ কুমন গুচাই সত্য মন দিএ, এনে প্ৰমান দিব পাৰা নে? কিন্তু আমি দেখিচোঁ, গোসাঁইত সৰন ললে জেনে মন, গোসাঁইত সৰন ন ললেও তেনে মন। জি কোনো মানুহৰ বৰ মন্দ স্বভাও, সি জদি অকপটেৰে খ্ৰিষ্টিয়ান ধৰম লই, তেতিয়া তাৰ আগৰ বেয়া স্বভাও গুচি ভাল স্বভাও হই।

ত্ৰিতিয় প্ৰমান। এই ধৰম বৰ্ঢ়াবৰ কাৰনেই প্ৰভু য়িচু খ্ৰিষ্টৰ পাঁচনিবিলাকে আপোনাৰ প্ৰানকো এৰি দিলে, আৰু আপোনাৰ সুখলৈকে নে চালে, আৰু অনেক মানুহ বলাৎ খ্ৰিষ্টৰ পাঁচনিবিলাকক বধ কৰোঁতে সিইঁতৰ নম্ৰ মন আৰু ইস্বৰলৈ সিইঁতৰ ভক্তি দেখি তেতিয়াই য়িচু খ্ৰিষ্টৰ পাঁচনি হল, এই দৰে মহা সক্তিএৰে এই ধৰম বাঢ়ি গল।

চতুৰ্থ প্ৰমান। জিবিলাকে এই ধৰম লই সিবিলাকে দুখত হওক বা সুখত হওক, সদাই আনন্দিত আমি দেখিচোঁ, কিন্তু আন ধৰমত একো আনন্দ নাই।

এই নিমিত্তে হে আমাৰ অসমিয়া আতাবিলাক, তোমোলাকে এই স্বৰুপ ধৰমলৈ ওলটা, মোৰ এই নিবেদন। অসমিয়াৰ একজন, জ. ত.






## গিয়ান আৰু লাভ বৰ্হাৰ কথা।

Civilization and Commerce.

ইংলণ্ডিয় লোকবিলাকৰ আগৰ পিতা মাতাৰ সময়ত জেনেকুৱা অৱস্থা আছিল, এতিয়া তেনেকুৱা ন হই। সিবিলাকৰ আগৰ পিতা মাতাৰ সময়ত অনেক অনেক সৰু ৰাজ্য আছিল, কিন্তু সিইতৰ ইএ সিএ আলাপ বেৱহাৰ নাছিল; সকলোএ আপোন আপোন ৰাজ্যলৈ উপকাৰ কৰে, আৰু বেপাৰৰ চিন্তা চেষ্টা কৰে। তথাপি এতিয়া ইংলণ্ড দেসৰ ৰাজ্য সকলো প্ৰিথিবিৰ মাজত বৃহিং গল, আৰু সিবিলাকৰ লোক সকল জাতি হৈছে; সেই কাৰনে প্ৰতি জনৰে সকলো দেসৰ লগত আলাপ বেৱহাৰ আছে। ইংলণ্ড দেসৰ জি জন অলপ চহকি হই, সিও চাৰিও কালে চাই সত্যতে আৰু আনন্দতে এনে কথা কব পাৰে, মই জি ঠাইত বাস কৰোঁ তাৰ মাজতে অনেক অনেক ভাল বস্তু আছে; আমাৰ এতিয়া জি ঘৰ আছে কিছুমান বছৰৰ আগেয়ে তাৰ নিচিনা বজাবো নাছিল। আৰু এতিয়া আমাৰ কাৰনে প্ৰিথিবিৰ অনেক অনেক দেসৰ পৰা বস্তু আনিবলৈ সাগৰৰ চাৰিও ফালে জাহাজবিলাক ফুৰি ফুৰি আছে। চিন দেসৰ লোকবিলাকে আমাৰ কাৰনে চাহ গছৰ পাত সাঁচিছে, আমেৰিকা দেসৰ লোকবিলাকে আমাৰ কাৰনে কপাহৰ গছ ৰুইছে, পচিম ইন্দিয়া উপদিপৰ লোকে আমাৰ কাৰনে চেনি কৰিছে। ইতালি দেসৰ মানুহবিলাকে আমাৰ কাৰনে সন সুতা কৰিছে, আৰু চাকৃচনি দেসত আমাৰ কাপৰৰ কাৰনে মেৰ চাগৰ নোম তৈয়াৰ কৰে, ইংলণ্ড দেসত ধুঁআ কলৰ দোআৰাই সুতা কাটিছে, আৰু কাপৰ বৈছে। চুৰিবিলাকো সাজিছে, আৰু প্ৰিথিবিৰ পেটৰ পৰা গাত খানি কপ সোন আদি দ্ৰুব্য উলিয়াইছে। আমি অলপ চহকি হলেও তেও আমাৰ চিটি নিবৰ কাৰনে দিনে ৰাতিএ সকলো পথে গৈ ডাক চলোআ এনেকুআ আমাৰ অনেক অনেক গাৰি আছে; আৰু জাৰকালিত আমাৰ জুইৰ কাৰনে নাগ মাটি আনিবৰ নিমিত্তে আমাৰ অনেক অনেক বাট, খাৱৈ আৰু দলঙ আছে; আৰু এই সুখময় উপদিপ ৰাখিবৰ কাৰনে আৰু আমাৰ সুখ জেন হানি ন হই, এই নিমিত্তে অনেক অনেক বন কৰা জাহাজ আৰু বমুআ লোকবিলাকো আছে। আৰু সকলো জগতত কেতিয়া কত কি ঘটে, তাক আমাক বুজাবৰ নিমিত্তে আমাৰ অনেক অনেক লিখা আৰু চাপ-

কৰা উপাই আছে। ইযাৰ বাহিৰে আমাৰ প্ৰতি ঘৰতে অনেক ৰকমৰ কিতাপ আছে; সেই সকলো বহু মুল্য, কিয়নো তাৰ পৰা আমি সকলো জুগৰ আৰু সকলো ঠাইৰ কথা লগতেই জানিব পাৰো। আৰু সেই কিতাপৰ পৰা আগৰ কালৰ বিৰ আৰু দান কৰা লোকবিলাকক আগতে দেখিব পাৰোঁ, আৰু সিইতে জি জি কাম কৰিলে তাক এতিয়া সিইতক পুনৰাই কৰাব পাৰোঁ। আমাৰ সুকথা কি লোকবিলাকে আমাৰ নিমিত্তে নিবেদন আৰু ইতিহাচ কৰাবিলাকে ইতিহাচ লিখে, আৰু কবি লোকবিলাকে গানবিলাক ৰচনা কৰে। অলপমান কঁও, এই কিতাপৰ দোআৰাই আমি বিসুভ ৰেখাৰ পৰা কেন্দ্ৰলৈকে জি ঠাইলৈকে ইচা সেই ঠাইলৈকে জাব পাৰোঁ, আৰু প্ৰথম জুগৰ পৰা এতিয়ালৈকে জি কথা জানিবলৈ ইচা হয় তাকে জানিব পাৰোঁ। এই সকলো দ্ৰিষ্টান্ত কথা ন হয়, ইয়াতকৈও আমি আৰু অধিক কথা কব পাৰোঁ; কিয়নো ইশ্বৰৰ মহা দায়া আৰু অনুগ্ৰহতে জি জন এই ইংলণ্ড দেসে বাস কৰে, সি কোটি কোটি মানুহবিলাকৰ মাজত থাকিলেও জেনেকৈ বজা, সেই দৰে পৰিপুৰ্ন ৰুপে এই সকলো সুখ ভোগ কৰিব পাৰে।

ইংলণ্ড দেসৰ সামান্য এক সিল্প কৰ্ম নাইবা কাম কৰাবিলাকৰ পিন্ধিবৰ কাৰনে কাপৰৰ বিসয়ে বিবেচনা কৰা, সেই দৰে এক কাপৰ তৈয়াৰ কৰিবলৈ অনেক অনেক লোকে দুখ কৰে; জদি সেই কাপৰ অতি মিহিন ন হয়, তেও অনেক লোকৰ দুখৰ দোআৰাই সেয়ে তৈয়াৰ হয়; সেই কাপৰ তৈয়াৰ কৰিবৰ কাৰনে মেৰ পালক, আৰু নোম বচা, নোম চাঁক কৰা, ৰঙ্গ কৰা, আৰু সুতা কটাবিলাক, তাঁত বোআ, ৰঙ্গ লগোআবিলাককে আদি কৰি অনেক অনেক মানুহে স্ৰম কৰে, আৰু অনেক সিল্পকাৰৰ ঠাইৰ পৰা আন সিল্পকাৰৰ ঠাইলৈ লৈ জাবলৈ অনেক ভাৰ বোআ আৰু বেপাৰি লোকে কাম কৰে; তাৰ কাৰনে বহু মানুহ প্ৰিথিবিত নাইবা সাগৰত কাম কৰে; আৰু জি বস্তুৰ পৰা ৰঙ্গ হয় তাক অতি দুৰৈৰ পৰা আনিব লাগে, আৰু তাক আনিবৰ কাৰনে ভাসেমান জাহাজ আৰু তাৰ পাল লেজু সজা লোকে কাম কৰে। আৰু এইবিলাক মানুহে জি তৰোআলৰ কাম কৰে তাক সাজিবলৈ অনেক মানুহে স্ৰম কৰে; এনেকৈ জাহাজৰ মানুহবিলাকৰ ভাৰৰ নাও, আৰু লেজু লগোআবিলাকৰ মহা জন্ত্ৰ, আৰু তাঁত বোআৰ মহা জন্ত্ৰৰ অলপমান বিবেচনা ন কৰি জি সব কটাৰিৰ দোআৰাই নোম কটা হয়, তাক সাজিবৰ কাৰনেও বহু লোকে কাম কৰে, তাক বিবেচনা কৰা। ৰুপ সোন খনাবিলাক, লোহা গলাবৰ কাৰনে জঙ্কা আৰু ইটা কৰাবিলাক, বজাৰ কুমাৰ, আৰু জুই ধৰা জন্ত্ৰ সজাবিলাক আদি কৰি লোকবিলাকে সৰু সৰু কটাৰি ৰতুৰা কাচি সাজিবলৈ কাম কৰে; এয়ে এটাৰ পৰা তৈয়াৰ ন হৈ সকলো লোকৰ দোআৰাইহে হয়।

এই দৰে জদি সেই কাম কৰাবিলাকৰ ঘৰ, সকলো দ্ৰব্য আৰু সকলো কাপৰৰ বিসয়ে বিবেচনা কৰা, সি বৰ মিহি নো হোআ কাপৰ গাত আগেএ লই আৰু জি জোতা ভৰিত পিন্ধে আৰু জি সজ্যাতে সোএ সেই সজ্যাত বহু বিধ বস্তু আছে। জি বস্তুৰ দোআৰাই আমি নিতৌ নিতৌ খোআ আহাৰ তৈয়াৰ কৰে, নাইবা বান্ধিবৰ কাৰনে মাটিৰ পৰা খানি উলিওআ কিম্বা সাগৰৰ উপৰে দি অনা জি নাগ মাটি, আৰু বান্ধনি ঘৰৰ কাৰনে জি সকলো বস্তু আৰু তাৰ মেজত জি কাঁইট কটাৰি আৰু খোআ দ্ৰব্য ৰাখিবলৈ আৰু ভাগ কৰিবলৈ জি মাটিৰ নাইবা চিচাৰ বাচোন, আৰু তাৰ খোআ পিয়া তৈয়াৰ কৰিবলৈ উপজুক্ত বস্তু; আৰু বৰধুন গুচাবলৈ আৰু পহৰ হবৰ কাৰনে জি কাঁচৰ দুআৰ, আৰু জি উত্তৰ ঠাইত থকা লোকে অতি জাৰৰ নিমিত্তে ঘৰৰ ভিতৰৰ পৰা বাহিৰ হব নোআৰে, এনে ঠাইত জুই ধৰৰ উপাই, আৰু সেই উপাই সজাবিলাকৰ উপজুক্ত জি সকলো জন্ত্ৰ, এইবিলাক তৈয়াৰ কৰিবৰ কাৰনে অনেক উপজুক্ত মেহনত আদি কৰি বিবেচনা কৰা, তেন্তে হেজাৰ হেজাৰ মানুহৰ উপকাৰৰ বাহিৰে জি বস্তু আমি নিচয়ে সৰু বুলি মানোঁ, সিবিলাকে ভাকো পোআ নে জাই, ইয়াক জানিব পাৰোঁ। ধ.



ৰুচিয়া দেসত কুকুৰে চানি টানি নিয়াৰ নক্চা।

**Russian Sledge drawn by Dogs.**

কুকুৰৰ হতুআই ৰুচিয়া মানুহে চানি টনাই নিএ। হিমালই পৰ্বতৰ উত্তৰ ফালে ৰুচিয়া দেস আচে, তাতে ভালেমান হিম পৰে। হিমৰ ওপৰত টানিবলৈ ভাল, পিচলি জাই। অসম দেসত জেনে হিম, তেনে সক হিম ন হই; ওপৰৰ পানি গোট খাই, জাৰত হিম হৈ বখলা বখলে পৰে। তুলাৰ নিচিনা লঘু, বগাও, আৰু বৰ চেঁচা; দেস ধনতে পৰে, মাটি পোত জাই। তাৰ ওপৰে খোজ কাৰ্হিলে বালিত সোমোআৰ দৰে ভৰি সোমাই। সৰহকৈ অহা জোআ কৰিলে টান হৈ জাই, পাচে ভাল বাট হই। এই ৰূপে জাৰ কালিত তিনি মাহ মান থাকে; পাচে ঘাম কালি হলে পমি গৈ চুকাই। হিম থকাত বোকাৰ দৰে চপাই লৈ লৰাই দলিয়া দলি কৰি খেমালি কৰিবলৈ ভাল পাই। ইংলণ্ড দেসতো হিম আচে, কিন্তু আমেৰিকাত অধিককৈ পৰে।

সিলা ব্ৰিষ্টি অৰ্থাত ৰৰধুনৰ সিল চোআ, সি কেনেকৈ সিল হই? ওপৰৰ বৰ জাৰৰ ঠাইত পনিএ গোট খাই টান হৈ তললৈ পৰে, তাকে ৰৰধুনৰ সিল বোলে।

আমেৰিকা দেসত জাৰ কালিত বিল নৈৰ পানি চেঁচা পাই, সিল হৈ জাই। তাৰ ওপৰত মানুহে খোজ কাৰ্হে, তললৈ ভৰি নো সোমাই। লোৰ জোঁতা পিন্ধিলে এনে নৈৰ ওপৰত পিচলি পিচলি ঘোঁৰাতকৈও বেগে জাই। কোনো বাৰত সিস এহাত মান তাঁট হোআত ঘোঁৰা গৰু তাৰ ওপৰে জাব পাৰে। এনে সিল কলিকতালৈ জাহাজেৰে আনি সৰহকৈ বেচে, সেই নগৰৰ মানুহে তাক কিনি খাই, চেঁচা পাই বৰ ভাল।

---

ধনৱন্ত আৰু কঙ্গাল মানুহৰ দ্ৰিষ্টান্ত।

**The Rich Man and Lazarus.**

এজন ধনৱন্ত মানুহ আচিল, সি বেঙ্গেনা বুলিয়া মিহি কাপৰ পিন্ধি নিতৌ নেতৌ সুন্দৰ আহাৰ ভোজন পান কৰিলে। আৰু গোটেই গাত ঘা লগা লাজাৰ নামে এজন কঙ্গালে সেই ধনৱন্তৰ মেজৰ পৰা সৰা পোচাবোৰ খাবলৈ ইচা কৰি তাৰ দুআৰত পৰি থাকিল আৰু কুকুৰবোৰেও আহি তাৰ ঘা চেলেকিলে। কিচু দিনৰ পাচত কঙ্গাল মৰিলত দূতবিলাকে আব্ৰাহামৰ হিয়ালৈ তাক কৰ্হিয়াই নিলে। পাচে ধনৱন্তো মৰিল, আৰু মৈদাম বান্ধি খোআ হল; কিন্তু পৰলোকত জাতনা পোআ হৈ ওপৰলৈ চকু তুলি দূৰৈত আব্ৰাহামক, আৰু তেঁওৰ হিয়াত লাজাৰকো দেখিলে। তাতে সি বিজিয়াই কলে, হে

পিত্রি আব্রাহাম মোক দায়া কৰি, লাজাৰ জেন আঙ্গুলিৰ আগ পানিত বুবুৰিয়াই মোৰ জিবা চেঁচা কৰে, এই নিমিত্তে তাক পঠাই দিয়া; কিয়নো এই জুইৰ তাপত মই জাতনা পাই আচোঁ। তেতিয়া আব্রাহামে কলে, হে পো, তুমি জিয়াই থকা কালত আপোনাৰ সুখ পাইচিলা, লাজাৰে দুখ পাইচিল, তাক সোঁৱৰা; এতিয়া হলে সি সুখ পাইচে, তুমিও জাতনা পাইচা। তাত বাজে তোমাৰে আমাৰে মাজত বৰ দ খাল থাপন কৰা হৈচে; এই হেতুকে ইয়াৰ পৰা জি লোকে তোমোলাকলৈ জাব খোজে সিবিলাকে জাব নোআৰে, আৰু তাৰ লোকেও আমালৈ আহিব নোআৰে। তেতিয়া সি কলে, তেন্তে হে পিত্রি, এই মিনতি কৰিচোঁ, মোৰ বোপাইৰ ঘৰত জি পাঁচ জন ভাই, সিবিলাকে জেন এই জাতনাৰ ঠাইলৈ নাহে, সিবিলাকক প্রমান দিবৰ নিমিত্তে লাজাৰক তালৈ পঠাই দিয়া। আব্রাহামে তাত কলে, মোচা আৰু ভবিস্যত বক্তাবিলাক সিইতৰ লগত আচে; সিইতে সেইবিলাকৰ কথা সুনোক। তাতে সি কলে, হে পিত্রি আব্রাহাম, সেই ন হই, কিন্তু জদি মিত্যুৰ পৰা কোনো জন সিইতৰ তলৈ জাই তেন্তে সিবিলাকে মন পালটাব। তাতে তেঁও কলে, মোচা আৰু ভবিস্যত বক্তাবিলাকৰ কথা জদি নু সুনে তেন্তে মিত্যুৰ পৰা কোনো এজন উঠিলেও সিইতে তাৰ কথা নে মানিব।

---

পিত্রি মাত্রিএ সক্রুৰ দৰে পুত্রক তাডনা কৰি জদি নি সিকাই, বাজ হাঁহৰ মাজত বগলি জেনে, সভাৰ মাজত সেই লৰাও তেনে হব।

জি মানুহ ডেকা, অতি সুন্দৰ, ধনৱন্ত, বৰ লোকৰ পুত্রও হই, তথাপি বিদ্যা ন হলে সি নির্গন্ধ পলাস ফুলৰ দৰে সোভা নে পাই।



Almanac for June, 1848.

## জুন মাহৰ পঞ্জিকা।

৺১৮৪৮। হিন্দু সঁক ১৭৭০।

| | জুন | জেঠ | সূর্য্যোদয় | সূর্য্যাস্ত | চন্দ্রাংশ | চন্দ্রাস্ত |
|---|---|---|---|---|---|---|
| ব্রিহস্পতি | ১ | ২০ | ৫।৯ | ৬।৪৫ | ০ | ৭।০ |
| সুকুৰ | ২ | ২১ | ৫।৯ | ৬।৪৬ | ১ | ৮।৬ |
| সনি | ৩ | ২২ | ৫।৯ | ৬।৪৬ | ২ | ৯।৩ |
| দেও | ৪ | ২৩ | ৫।৯ | ৬।৪৬ | ৩ | ৯।৫৫ |
| সোম | ৫ | ২৪ | ৫।৯ | ৬।৪৭ | ৪ | ১০।৪২ |
| মঙ্গল | ৬ | ২৫ | ৫।৯ | ৬।৪৭ | ৫ | ১১।২৪ |
| বুধ | ৭ | ২৬ | ৫।৯ | ৬।৪৭ | ৬ | পুআ |
| ব্রিহস্পতি | ৮ | ২৭ | ৫।৯ | ৬।৪৮ | ৭ | ০।৩ |
| সুকুৰ | ৯ | ২৮ | ৫।৯ | ৬।৪৮ | ৮ | ০।৩৯ |
| সনি | ১০ | ২৯ | ৫।৯ | ৬।৪৯ | ৯ | ১।১৪ |
| দেও | ১১ | ৩০ | ৫।৯ | ৬।৪৯ | ১০ | ১।৪৭ |
| সোম | ১২ | ৩১ | ৫।৯ | ৬।৪৯ | ১১ | ২।২৩ |
| | | আহাৰ | | | | |
| মঙ্গল | ১৩ | ১ | ৫।৯ | ৬।৪৯ | ১২ | ২।৫৮ |
| বুধ | ১৪ | ২ | ৫।১০ | ৬।৫০ | ১৩ | ৩।৪০ |
| ব্রিহস্পতি | ১৫ | ৩ | ৫।১০ | ৬।৫০ | ১৪ | ৪।২০ |
| সুকুৰ | ১৬ | ৪ | ৫।১০ | ৬।৫০ | ১৫ | চন্দ্রোদই |
| সনি | ১৭ | ৫ | ৫।১০ | ৬।৫১ | ১৬ | ৭।৩৬ |
| দেও | ১৮ | ৬ | ৫।১০ | ৬।৫১ | ১৭ | ৮।২৫ |
| সোম | ১৯ | ৭ | ৫।১০ | ৬।৫১ | ১৮ | ৯।১০ |
| মঙ্গল | ২০ | ৮ | ৫।১০ | ৬।৫১ | ১৯ | ৯।৫৫ |
| বুধ | ২১ | ৯ | ৫।১০ | ৬।৫২ | ২০ | ১০।৩৬ |
| ব্রিহস্পতি | ২২ | ১০ | ৫।১০ | ৬।৫২ | ২১ | ১১।১৮ |
| সুকুৰ | ২৩ | ১১ | ৫।১০ | ৬।৫২ | ২২ | ১১।৫৯ |
| সনি | ২৪ | ১২ | ৫।১০ | ৬।৫২ | ২৩ | পুআ |
| দেও | ২৫ | ১৩ | ৫।১১ | ৬।৫২ | ২৪ | ০।৪২ |
| সোম | ২৬ | ১৪ | ৫।১১ | ৬।৫২ | ২৫ | ১।২৫ |
| মঙ্গল | ২৭ | ১৫ | ৫।১১ | ৬।৫২ | ২৬ | ২।১৩ |
| বুধ | ২৮ | ১৬ | ৫।১২ | ৬।৫৩ | ২৭ | ৩।৪ |
| ব্রিহস্পতি | ২৯ | ১৭ | ৫।১২ | ৬।৫৩ | ২৮ | ৩।৫৭ |
| সুকুৰ | ৩০ | ১৮ | ৫।১৩ | ৬।৫৩ | ২৯ | ৩।৫৬ |

১ দিনৰ ভাটি ৮। ৫৮ বজাত আমাবাস্যা।

১৭ দিনৰ পুআ ৩। ১৬ বজাত পুর্নিমা।

---

*The* ORUNODOI, *Printed and Published monthly, at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

ত্ৰিতিয় চোঙা। মো॰ সিৱসাগৰ, জুন, ১৮৪৮ খ্রি অ॰ সঁক। নম্বৰ ৬।

VOL. III. SIBSAGOR, ASAM, JUNE, 1848. No. 6.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

এই সিৱসাগৰ গাঁৱত এজনি তিৰোতাই কাঠ ফুলাৰ আঞ্জা খাই দিন চাৰেক নৰিয়া হৈ পৰি আছিল। কাঠ ফুলা খাবলৈ ভাল বস্তু ন হই, তথাপি ৰোম নগৰৰ মানুহ আদি অনেক লোকে খাই। কিন্তু কাঠ ফুলাৰ কেইবা বিধো আছে; কোনো বিধৰ পৰা ৰোগ ন হই, কোনো কোনো বিধ বিহৰ নিচিনা; ভাল বেয়া চিনিব নোঅৰাত খাবলৈ বৰ ভই লাগে। আমাৰ খনিকৰে কাঠ ফুলাৰ নকচা তলত লিখিচে।



কলিকতাৰ পত্ৰত লিখিচে বোলে, ১৯ মেই তাৰিখত সেই নগৰত ধুমুহা বতাহ, বৰষুন, বিদুলি আৰু অতি ভয়ঙ্কৰ মেঘৰ গৰ্জন হৈচিল। এটা বৰ কাটক, এটা গিৰ্জা অৰ্থাত নাম ঘৰ, জাহাজৰ বনুআ ৰোআ ঘৰ, আৰু তাম্বু ঘৰ এটা, এই চাইটাত বজ্ৰুপাত পৰিল। তাম্বু ঘৰৰ ভিতৰত চাহাৰ এজন মৰিল; তাম্বু খুঁটাৰ মুৰত লোৰ কাঁইট আছিল, তাতে বিদুলি লাগি ভিতৰলৈ সৰকি গল; কিয়নো লোলৈ বিদুলিএ বৰকৈ খেদে। আন ঠাইতো বঙ্গালি দুজন মানুহ মৰিল; আৰু নৈত থকা এখান জাহাজতো বজ্ৰুপাত পৰি আৰ্চিৰ দুআৰ ভাঙ্গিলে, আৰু অনেক লোকচন কৰিলে।

১৮ মেই তাৰিখত কলিকতাৰ উজনিত ২৫ জন মানুহে সৈতে এখান নাও জাঁওতে বুৰি সকলো পানিত পৰিল। তাতে কেতবোৰ ভিঙ্গি নাও আহি মানুহ মৰা দেখি উভতি আঁতৰি গল। পাচে এখান খেল নাৱৰ মানুহে দেখি খেদি আহি সাতোটা মান মানুহক ধৰি ৰাখিলে।

লাহোৰ নগৰত কম্পানিলৈ দ্ৰোহ পাতি ৰাজ মাওৰ আলচৰ দোআৰাই কেতবোৰ পঞ্জাবি লোকে চিপাহিক কুপৰামৰ্স দি ইংৰাজি অধিকাৰবিলাকক তাৰ পৰা খেদোআৰ খুইচিল। কিন্তু চিপাহিএ সেই আলচত নো সোমাই সিইতৰ কথা প্ৰকাসকৈ দিলে। পাচে ৭ মেই তাৰিখত সেই দ্ৰোহিয়াৰ কেতবোৰ মানুহ ধৰা পৰিল, সিইতৰ মাজৰ খাঁচিঙ্গ নামে এজন, আৰু ৰাজ মাওৰ টেঁকেলা এটা, এই দুজন সোধন্ত অপৰাধি হোআ হেতুকে মেই মাহৰ ১১ দিনত ফাঁচি দিলে। আৰু এটা অপৰাধি পৰিচিল, কিন্তু তাৰ দোআৰাই আন দ্ৰোহিয়াবোৰক বিচাৰি ধৰিবৰ আসয়েৰে তাক ৰাখিলে। ৰাজ মাৱে এই ৰূপে দ্ৰোহ আচৰা দেখি কাসি নগৰত ৰাখিবৰ নিমিত্তে আনি থলে।

মহাৰাষ্ট্ৰ দেসৰ ৰাঘুজি বংৰিয়া নামে জি বৰ ডকাইত অনেক বচৰৰে পৰা মানুহক লুট কৰি ফুৰিচিল, সি ধৰা পৰি ২ মেই তাৰিখত ফাঁচি দিয়া হল। মৰনৰ কালত সামান্য মানুহক তাৰ ডিঙ্গিত ফাঁচি লগাবলৈ নি দি মই আপুনি লগাও বুলি কলে, কিন্তু সি লগাব নোঅৰাত মহাৰাষ্ট্ৰ

এজনক লগাবলৈ দিলে। পাচে সি আপোনাক পাপি জেন নে মানি নৰকৰ ভয়ো নু বুজি, মই নির্দোসি, ইয়াকে কৈ ৰাম ৰাম বুলি মৰি গল।

নবাব নামে এখান জাহাজ কলিকতা চাৰি ইংলণ্ডলৈ জাঁওতে ১৮ এপ্রিল তাৰিখত ৰাতি নৌ-পুঞ্জাওতে জের্চি মাজুলিৰ ওচৰৰ সিলত লাগি ভাগিল। তাতে জোআ তিনি খন সক নাৱত মানুহ উঠি বামলৈ জাঁওতে দুখন বুৰি ১১ জন মানুহ মৰিল; সেস থকাবিলাকে নিসা ফুৰি থাকি ৰাতি পুআলত বাম পাই ৰখ্যা পৰিল।

ইংলণ্ডৰ লিদচ নগৰৰ ওচৰত প্ৰথম মার্চত ৪৫ বচৰ বয়সিয়া জর্জ স্য নামে এজন চক্ৰ সজা মিস্ত্রিএ নেদৰথং গাঁৱলৈ গৈ এক আলহি ঘৰত সোমাই ৰিচর্দ ওদ নামে এজন মানুহে সৈতে দন্দ লাগিল। তেতিয়া অতি খঙ ৰাগ উঠি সি ৰৰ বলি হোআত সেই মানুহক জুইৰ ওপৰত দি পুৰি একে বেলিএ অনন্ত নৰকলৈ পঠাম বুলি, আপোনাক সৃজোঁতা পৰম ইশ্বৰৰ নাম ধৰি এনে সপত খালে। পাচে সেই জনক ধৰি জুইৰ ওচৰলৈ নৈ জাঁওতে অকস্মাতে তাৰ কিবা হৈ বল সক্তি গুচি হাতৰ খামোচ সুলকি একে বেলিতে পৰি মৰিল।

ইস্পানিয়াৰ মাদ্রিদ ৰাজ নগৰত ২৬ মার্চৰ ৰাতিত প্রজাবিলাকে দ্রোহ কৰি উঠাত ৰাজ সেনাবোৰে জুধ কৰি দুস মান সেনা মৰিলত সিইঁতক দমিব পাৰিচিল।

বাবেৰিয়া ৰজাই দেস এৰি জোআৰ পাচে মাক্চিমিলিয়ান নামেৰে জেঁওৰ পুতেক সিংহাসনত উঠি ৰজা হল।

চার্লচ আল্বের্ত নামে চার্দিনিয়া দেসৰ ৰজাই অষ্ট্রিয়া সেনাবোৰক ইতালি দেসৰ পৰা খেদাবলৈ সেনা গোট খুআই জুধৰ আৰম্ভন কৰিচে।

দেন্মার্ক দেসৰ স্লেস্বিগ হলস্তিন প্রদেসৰ মানুহে প্রুচিয়া আৰু জর্মানি দেসৰ লগ লোমাবৰ নিমিত্তে স্বতন্ত্র হঁও বুলি আলচ কৰাত দেন্মার্ক ৰজাই সেনাবোৰক পঠাই ১০ এপ্রিল তাৰিখত বৌ নগৰত জুধ কৰিলে। সেই জুধত ৰাজ সেনা ২০,০০০; স্লেস্বিগৰ সেনা ১০,০০০; প্রতি কালে দু হেজাৰ দু হেজাৰ মান মৰিল। দেন্মার্ক সেনাই পৰাজই হৈ পাচ দিনা স্লেস্বিগ নগৰ কাঁহি লৈ সোমাল। কিন্তু প্রুচিয়া ৰজাই স্লেস্বিগৰ ফালে ৰন কৰিবলৈ সেনাক পঠাইচে বুলি বাত্রা কৈচে।

বর্লিন নগৰত ১৮ মার্চৰ জুধত ৰজাৰ সেনা ৭০০ মান মৰিল, নগৰিয়াৰো সেইমান খ্যই হল।

ফ্রাঞ্চ দেসত থকা রুচিয়া মানুহ আটাইবিলাকে আপোনাৰ দেসলৈ উভতি জাবলৈ রুচিয়া ৰজাই হুকুম দিচে। আৰু সেই ৰজাই পোলণ্ড দেস চাৰিও ফালে বেৰি ধৰিবৰ নিমিত্তে ১,৫০,০০০ ডেৰ লাখ সেনা পঠাইচে।

পিতর্চবর্গ নামে রুচিয়া ৰাজ নগৰৰ পৰা ১০ মার্চ তাৰিখে পত্রত লিখিচে, মহা ৰজাই সেই নগৰত ফুৰি জাঁওতে কোনোবাই হিলৈৰে গুলিয়ালে, কিন্তু গাত নে লাগিল।

পোলণ্ড দেসৰ ওৱর্চাও নগৰিয়াবিলাকে স্বতন্ত্র হবলৈ ১৮ মার্চত বাক্য পাতি বিসয়া কৰি থলে পাচে ২৩ মার্চ তাৰিখত তাত থকা রুচিয়া সেনাই সৈতে জুধ কৰি স চাৰেকক মাৰিলে। তেতিয়া রুচিয়াই কোঁঠত সোমাই তাৰ পৰা বম টোপেৰে সৈতে গলিয়াই নগৰৰ অনেক ঘৰ পুৰি নষ্ট কৰিলে। ॥





হাবানা নগৰত নাচি বাগি থকা কলা গোলাম বন্দিৰ নকচা।

Celebration of Twelfth-Day by the Negroes of Havana.

## কুবা উপদিপৰ কথা।

কুবা নামেৰে আটলান্তিক সাগৰৰ মাজত এখান উপদিপ আছে। তাত থকা মানুহ ইস্পানিয়া; সিইঁতৰ আফ্রিকান অনেক কলা বন্দি আছে। বচৰি বচৰি ৬ জানোআৰি তাৰিখত গৰাকিএ ৰৱ দিন বুলি মুকলি কৰাত সিইঁতে পুআৰে পৰা ওৰে দিনটো চো দৈ মুখা পিন্ধি কিৰিটি আৰু পাখি চাখি দৈ নাচি বাগি অনেক ৰঙ্গ তামোচা কৰি ফুৰে। এই ৰূপে হাবানা নগৰত নাচি থকা মানুহৰ নক্‌চা ওপৰত লিখা আছে।

কুবা উপদিপৰ দিঘলে ৭০০ মাইল অৰ্থাত ৭০০ ডাঁৰৰ বাট; বহলে ১৫০ মাইল। গোটেই খন মাজুলিৰ ই মুৰে সি মুৰে জোৰা মাজতে ৰৰ পৰ্বত আছে। সাগৰৰ ওচৰত চাৰিও কালে তৈয়াম, আৰু মাটি বৰ সাকআ; তাত কুঁহিয়াৰ, কাফি, ধঁপাত আদি অনেক বস্তু উত্‌পন হই। সেই মাজুলিৰ হাবি টাইত অনেক অনেক গৰু থাকে; চাল দৰৰ নিমিত্তে মানুহে খেদি খেদি মাৰি বচৰত ১০।১২ হেজাৰ মান চাল বেচেনি। দৈবোৰত আগেএ কিছু কিছু সোন পাইচিল, এতিয়া হলে সিমান নে পাই।

কুবা দেসৰ বগা ইস্পানিয়া মানুহ ৪,৫০,০০০ মান আছে; বন্দি বেঁটি ২,৫০,০০০ মান। হাবানা নগৰত ১,৩০,০০০ এক লাখ ত্রিচ হেজাৰ মানুহ আছে। তাত জাহাজ থাকিবলৈ বৰ সুন্দৰ ঘুলি আছে; তাৰ মুখ অতি ঠেক, এটা এটাকৈহে জাহাজ সোমাব পাৰে। ॥

---

### ৰুচিয়া দেসৰ সোন ওলোআৰ কথা।

১০ বচৰৰ ভিতৰত ৰুচিয়া দেসৰ সোন খনা পৰ্বতৰ গাঁতৰ পৰা ওলোআ সোনৰ দাম তলত লিখা আছে।

| | |
|---|---|
| ১৮৩৭ সকত | ৯০,০৬,৭৩০ ৰূপ টকা |
| ১৮৩৮ | ১,০০,৪১,২০০ |
| ১৮৩৯ | ১,০০,৩৪;৩০০ |
| ১৮৪০ | ১,১১,৫০,৩৭০ |
| ১০৪১ | ১,৩১,৬৬,৫৩০ |
| ১৮৪২ | ১,৮৪,৮৮,০৮০ |
| ১৮৪৩ | ২,৩৩,৫৩,৮৬০ |
| ১৮৪৪ | ২,৭৩,০৬,৪৭০ |
| ১৮৪৫ | ২,৭৯,২১,৫৬০ |
| ১৮৪৬ | ৩,৪১,৪৪,৪২৭ |

## এলিয়া আৰু বেল দেৱতাৰ কথা।

Elijah and the Prophets of Baal.

আহাবে এলিয়াক দেখি তেঁওত কলে, তুমি ইস্রাএল লোকক দুখ দিঁওতা হোআ নে? তেতিয়া তেঁও উত্তৰ দি কলে, মই ইস্রাএল লোকক দুখ দিয়া নাই, কিন্তু তুমি আৰু তোমাৰ পিত্রিৰ বংশবিলাকেহে য়িহোৱাৰ আগ্যা উলংঘন কৰি বেল দেৱতাৰ পথে জোআত ইস্রাএলক দুখ দিলা। এই হেতুকে এতিয়া মানুহক পঠাই দি আটাই ইস্রাএল লোক, আৰু ইজবেলৰ মেজত খাঁওতা বেলৰ চাৰি স পঞ্চাস ভবিস্যত বক্তা আৰু চৈত্য বৃখ্যৰ ভবিস্যত বক্তা চাৰি স, এই সকলোকে কাৰ্মেল পৰ্বতত মোৰ ওচৰলৈ গোটাই অনাবা। তাতে আহাবে ইস্রাএলৰ সকলো সন্তান বিলাকলৈ মানুহ পঠাই সকলো ভবিস্যত বক্তাবিলাকক কাৰ্মেল পৰ্বতৰ ওচৰত চপাই অনালে।

তেতিয়া এলিয়াই সকলো মানুহলৈ আহি কলে, তোমোলাকে কেতে দিন দুই মতৰ মাজত সংসইকৈ ৰৈ আচা? য়িহোৱাই যদি ঈশ্বৰ হই, তেন্তে তেঁওৰ পথে জোআ; কিন্তু বেল যদি ঈশ্বৰ হই তেন্তে তাৰ পথেই জোআ। তাতে মানুহবিলাকে তেঁওত একো সাৰো উত্তৰ নি দিলে। তেতিয়াই এলিয়াই মানুহবিলাকৰ আগত কলে, য়িহোৱাৰ ভবিস্যত বক্তাবিলাকৰ মাজৰ মই, অকল ময়েই অৱশেস হৈ আচোঁ; কিন্তু বেলৰ ভবিস্যত বক্তাবিলাক চাৰি স পঞ্চাস মানুহ হৈচে। এই হেতুকে সিঁহঁতে আমাক দুটা বলদ দিওক; তাৰ এটাক সিঁহঁতে আপোনালৈ বাচি লৈ তাক তোখৰ তোখৰ কৰি কাটি খৰিৰ ওপৰত থওক, কিন্তু তাত জুই নি দিব; ময়ো সিটো বলদক জুগুত কৰি খৰিৰ ওপৰত থম, আৰু তাত জুই নি দিম। পাচে তোমোলাকে আপোনাৰ দেৱতাবিলাকৰ নামত প্ৰাৰ্থনা কৰা, আৰু য়িহোৱাৰ নামত মই প্ৰাৰ্থনা কৰিম; তাতে যি কোনো দেৱতাই জুই দি উত্তৰ কৰে, তেঁৱেই ঈশ্বৰ হওক। এই কথাত সকলো মানুহে উত্তৰ কৰি ভাল কৈচে বুলি কলে। তেতিয়া এলিয়াই বেলৰ ভবিস্যত বক্তাবিলাকৰ আগত কলে, তোমোলাকে এটা বলদ বাচি লৈ আগেয়ে জুগুত কৰা, কিয়নো তোমোলাক অনেক হৈচা; আৰু আপোনাৰ দেৱতাবিলাকৰ নামত প্ৰাৰ্থনা কৰা, কিন্তু তাত জুই নি দিবা। তাতে সিবিলাকক যিটো বলদ দিয়া হল, তাক লৈ জুগুত কৰি হে বেল, হে বেল, আমাৰ প্ৰাৰ্থনা সুনা, এই কথা কৈ পুআৰ পৰা দুপৰলৈকে বেল নামত প্ৰাৰ্থনা কৰিলে, কিন্তু সবদ বা উত্তৰ দিঁওতা কেও নাচিল। তাতে সিঁহঁতে সেই বন্ধা তেঁটিৰ ওপৰত তেও মাৰি মাৰি উঠিল। পাচে দুপৰ সময়ত এলিয়াই সিঁহঁতক ইতিকিন্দ কৰি বুলিলে, ৰৰকৈ বিজিয়াবা, সি দেৱতা হই; সি কথা বাত্ৰা কৈ আচে, বা কাকোৰাক খেদা কৰি গৈচে, বা যাত্ৰা কৰিচে, বা টোপনিত আচে, জগাব লাগে। তেতিয়া সিঁহঁতে ৰৰকৈ বিজ মাৰি সিঁহঁতৰ ৱেৱহাৰৰ দৰে তেজ বৈ জোআলৈকে কটাৰি আৰু বৰনিৰে আপোনাক আপুনি কাটিলে। সেই ৰূপে দুপৰ গলত সন্ধিয়াৰ বলি দিয়া সময়লৈকে ভবিস্যত বাক্য কলতো কোনো সবদ, বা উত্তৰ দিঁওতা, বা সিঁহঁতৰ কথা মানোঁতা কেও নাচিল। আৰু এলিয়াই সকলো মানুহক কলে, মোৰ ওচৰলৈ আহা; তেতিয়া আটাই মানুহ তেঁওৰ ওচৰলৈ আহিল, আৰু তেঁও য়িহোৱাৰ ভগা তেঁটি বান্ধিলে। আৰু যি জনলৈ য়িহোৱাৰ এই বাক্য আহিল বোলে, তোমাৰ নাম ইস্রাএল হব, সেই য়াকোবৰ পুত্রেকৰ সংখ্যাৰ দৰে বাৰে চলা সিল ললে। সেই সিলেৰে তেঁও য়িহোৱাৰ নামত এটা জগ্যৰ তেঁটি বান্ধিলে; আৰু তাৰ চাৰিও কালে দুই মোন ধান ধৰা, এনে এটা খাৱৈ খানিলে। পাচে তেঁও কাঠ সজাই বলদক তোখৰ তোখৰকৈ কাটি কাঠৰ ওপৰত থৈ কলে, চাইটা পাত্র পানিৰে ভৰাই বলি আৰু কাঠৰ ওপৰত ঢালি দিয়া। পাচে দুতিয় বাৰ কৰা বুলি কলে; তাতে দুতিয় বাৰ কৰিলে। পাচে তেঁও কলে, ত্রিতিয় বাৰ কৰা, তাতে ত্রিতিয় বাৰো কৰিলে; আৰু তেঁটিৰ চাৰিও কালে পানি বৈ গল, খাৱৈও পানিৰে পুৰ হল। পাচে সন্ধিয়াৰ বলি দিয়াৰ বেলা এলিয়া ভবিস্যত বক্তাই ওচৰলৈ আহি কলে, হে আব্ৰাহাম আৰু ইচাক আৰু ইস্রাএলৰ ঈশ্বৰ য়িহোৱা, আপুনি ইস্রাএলৰ ঈশ্বৰ, আৰু মই আপো-

নাৰ দাস হৈ আপোনাৰ বাক্যেৰে এই সকলো কৰ্ম্ম কৰিলোঁ, ইয়াকে আজি জনা হওক। হে য়িহোৱা, মোৰ কথা সুনোক, আপুনি যে পৰম ইশ্বৰ য়িহোৱা, আৰু আপুনি এই লোকবিলাকৰ মন পালটোআলে, সিবিলাকে ইয়াকে জানোক। তেতিয়া য়িহোৱাৰ অগ্নি পৰি বলি আৰু কাঠ, শিল, ধুলি পুৰিলে, আৰু খাৱৈত থকা পানিকো সুসিলে। সকলো লোকে ইয়াকে দেখি মিহলি হৈ মাটিত পৰি কলে, য়িহোৱা তেঁৱেই ইশ্বৰ, য়িহোৱা তেঁৱেই ইশ্বৰ। পাচে এলিয়াই সিবি-লাকত কলে, বেলৰ ভবিস্যত বক্তাবিলাকক ধৰা, সিইতৰ এটাও পলাব নি দিবা। তাতে সিবি-লাকে সিইতক ধৰিলত এলিয়াই কিচোন নদিলৈ আনি সিইতক বধ কৰিলে।

---

## ধৰমৰ কথা বাৰ্ত্তা।

**Religious Intelligence.**

আমেৰিকা মিল দেশৰ অৰিগন প্ৰদেশৰ উঅলাৰলা গাঁৱৰ ওচৰত কায়ুচ নামে আদিবাসি এবিধ বৰ অজাতি মানুহ আচে। সিইতক ধৰম



North American Indian.

আৰু বিদ্যা সিকাবৰ নিমিত্তে হুইত্‌মান নামে এজন পাদুৰি চাহাবে ১০। ১২ জন মানুহে সৈতে তাতে ঘৰ সাজি থাকি খেতি কৰি অনেক কাম সিকাইচিল। পাচে বসন্ত গ্ৰহনি আদি কৰি বোগে ধৰাত পাদুৰি চাহাবে দৰৱ খুআই খুআই আচিল। তাতে কোনো মানুহ মৰে দেখি বিহ খুআই মৰা বুলি ভাবি কায়ুচবোৰে প্ৰমান চাবৰ নিমিত্তে কগিয়াক দিবলৈ চাহাবৰ পৰা দৰৱ খুজি কোনো কোনো মানুহক খুআলত সি-ইতো মৰিল। তাতে বিহ স্বৰুপ বুলি জানি সেই মৰা মানুহ পুতি মৈদাম বান্ধি আহি ২৯ নৱেম্বৰ তাৰিখত তিৰোতাই সৈতে পাদুৰি চাহাবক আৰু আন মানুহ নটাকো মাৰিলে। কিন্তু সিবিলাকৰ সৰা তিৰোতাক এৰিলে। সিইতে মাৰিবলৈ অহাত পাদুৰি চাহাবৰ ওচৰত থকা এটা মানুহক ধৰি বিহ খুউআৰ কথা স্বৰুপকৈ ক, তোক ৰাখিম, ইয়াকে বোলাত সি অগিয়ানি হৈ ভই পাই বিহ খুউআ হই বুলি কলত তাক এৰিলে, কিন্তু পাচে আনে আহি তাকো মাৰিলে। এই ৰুপে সেই মিচা কথাৰে অনাকো মৰালে, আপুনিও মৰিল। অৰিগন নগৰত এই কথা সুনি অধিকাৰে ৫০ জন চিপাহিক আদিবাসিক দমিবলৈ পঠালে; পাচে আৰু ৫০০ সেনা গোটাবলৈ আগ্যা কৰিলে।

হাৱাই উপদিপত সেই পাদুৰিক মৰাৰ কথা সুনি সমাচাৰ পত্ৰত লিখি বুজাইচে, আমেৰিকাৰ আদিবাসি সবহকৈ গোটা খাই বন কৰিব বুলি সংসই কৰিচে। হাৱাই উপদিপৰ মানু-হো আগেএ সেই ৰুপে অজাতি হৈ বৰ পাপি আচিল; কিন্তু এতিয়া আমেৰিকাৰ পাদুৰিএ তালৈ গলত বজাই সৈতে সিবিলাকে খ্ৰিষ্টিয়ান ধৰম লৈ গিয়ানি আৰু সুখৰন্ত হৈচে। ॥



আমেৰিকাৰ আদিবাসিৰ সেৱা কৰা মুৰ্ত্তি।

Three-headed clay Image found in Kentucky.



## নগাৰ বিবৰন ।

Account of the Nagas.—From the "Sketch of Asam."

ইংৰাজি ১৮৪৭ সকৰ মেই মাহৰ অৰুনোদইৰ গাৰো দেসৰ বিবৰনত আন আন পৰ্বতিয়া জাতিবিলাকৰ কথা লিখিবলৈ অঙ্গিকাৰ কৰিচিলোঁ; এতেকে সম্প্ৰতি নগাৰ বিবৰন তলত লিখা গল।

অসম দেসৰ নগাঁও জিলাৰ বিচাৰ পতি শ্ৰীযুত কাপ্তান বট্‌লৰ্‌ সাহাবে এই অসম দেস আৰু তাৰ চাৰিও ফালৰ পৰ্বতিয়া জাতিবিলাকৰ বিবৰনৰ ইংৰাজি ভাসাৰে এখন বিচখান পুথি ৰচিচে, তাৰে পৰা সংগ্ৰহকৈ অসমিয়া ভাসাৰে ভাঙ্গি এই বিবৰন আৰু ইয়াৰ পাচে আন আন জাতিৰ বিবৰন লিখিম।

অসম দেসৰ দখিন পুব ফালৰ পৰ্বত সাৰিত নগা জাতি বাস কৰে, সিইঁত নিচেই অসভ্য, বলি, দেখিবলৈ ভয়ানক আৰু গাত আঁকে। মানুহৰ প্ৰানলৈ সিইঁতৰ এনেহে মৰম নাই কিয়া, জে অলপ দোসতে মানুহ মাৰে। সিইঁতে কুকুৰ মেকুৰি গৰু এটাইকে খাই, মদত অতি প্ৰিতি, আৰু লিখা পৰ্হা নে জানে।

নগাইঁতে পুৰ্বে অসম ৰজা সকলক মানিচিল, আৰু এতিয়াও ইংৰাজ সকলক মনাৰ চিন স্বৰূপে কিচু ভেঁটি দিএ, আৰু সিইঁতে সৈতে প্ৰিতি ৰাখিবলৈ ইংৰাজৰ অধিপতি সকলেও সিইঁতক কিচু কিচু বস্ত্ৰ দিএ, কিন্তু সিইঁত ভালকৈ অধিন ন হই। আটাইবোৰ নগাৰ ওপৰত একেটা ৰজা নাই, সিইঁতৰ বেলেগ বেলেগ খেল আচে, আৰু ই খেলে সি খেলে এনেহে বৈৰতা, জে কেতিয়াবা কেতিয়াবা এখেলৰ হিংসাত এখেল সমুলে হত্যা হই। প্ৰতি খেলেই আপুনি আপোনাৰ ৰজা; কিন্তু সিইঁতৰ ওপৰত খোন্‌বাও নামে এটা বিসয়া পাতি লই; সেয়েই প্ৰতিনিধি স্বৰূপ; খেলত দন্দ গোচৰ লাগিলে গোটেই খেলেৰে পৰামৰ্স কৰি সি সিধান্ত দিএ, খোন্‌বাওৰ তলে সন্দিকৈ নামে ৰাজ মন্ত্ৰি বাৰে এজন, আৰু খোন্‌চাই নামে ১০ ঘৰৰ ওপৰত এজন, এই দুটা বিসয়া আচে। জেতিয়া ৰন কৰিব বা আন কোনো মুখ্য কাৰ্জ কৰিব লগা হই, তেতিয়া সন্দিকৈ আৰু খোনচাই এই দুয়ে খেলৰ সকলোকে মাতেগৈ; পাচে প্ৰতি গাঁৱতে মুৰুঙ্গ নামে মেল কৰা ঠাইত সকলো গোট খাই, এটা থিৰ কৰে। খোনবাও মৰিলে তাৰ পুতেক, আৰু পুতেক নে থাকিলে ঘৈনিএকেহে সেই বাৰ পাই। কোনো বিদেসি আগে খোনবাওক ভেঁট নো হোআকৈ নগা দেসত অতি বিপদত পৰিলেও কেৱে নো সোধে; আৰু সেই দেখি নগা গাঁও, আলি, আৰু ভালা জনা মানুহ লগত নো হোআকৈ কেৱে সিইঁতৰ মাজত ভুমিবলৈ গলে প্ৰান হেৰুআৰ; কিয়নো,

তাক জুই পানি আৰু বহাদিও কেৰে সুস্থলা ন কৰে। সিইঁতৰ মাজলৈ কোনো কটকি গলে জদি সামান্য কাৰ্জ্যে জাই, তেন্তে খোনবাৰে মুধি পুচি বিদাই দিএ; কিন্তু বৰ কাৰ্জ্যে গলে, খেলৰ এটাই বুৰা মেঠাক চপাই আনি বিচাৰকৈ স্থিৰ হই সেই দৰে খোনবাৰে কটকি বিদাই দিএ।

নগাইঁতে বনলৈ জাঁওতে বা খেতি কৰাৰ আগেএ বা কোনো মুখ্য কাৰ্জ কৰাৰ পূৰ্বে খেলৰ আটায়ে গোট খাই মঙ্গল চাই; অৰ্থাত নকৈ পৰা কনি আনি সেই কনিৰ প্ৰতি এই বোলে, জে "হে কনি, তইঁতে স্বৰুপ কবি, মিচা নে দেখুআবি।" এই বুলি কনিত বিন্ধা দি পোৰে, তাতে জদি কুহমটো ন ভঙ্গা পাই, তেবে সুভ বোলে; কিন্তু ভাগিলে অসুভ বুলি জানে।

নগাইঁতে খেতি কৰে, আৰু হাবি মাটি এতোখৰ খেলে পতি লৈ কনি ধান, গোম ধান, আহু ধান আৰু আলু কচুৰ খেতি কৰি তিনি বচৰৰ মূৰত আৰুও ন এতোখৰত খেতি কৰে; কিন্তু সিইঁত এনেহে অগিয়ান জে গোটাই বচৰ খাবলৈ খেতিৰ বস্তুএ নাটে, আৰু আকও বতৰ ন হই মানে কল মুল আৰু গচৰ পাত খাই থাকে।

নগা দেসৰ ঠায়ে ঠায়ে অনেক লোন পোঙ্গ আছে, তাৰে কেতবিলাক নগা জাতিএ অনেক লোন কৰি তৈয়ামত বেচে।

নগাইঁতে বন কৰিব লগা হলে খোনবাৰে গোটেই খেলকে গোটাই মঙ্গল চোআই বন কৰাৰ স্থিৰ কৰিলত গাই পৰ্ত্তি জাঠি দা তাত এটোপোলা আৰু পানি একো চুঙ্গা লৈ গুপুত হৈ দিনতে গৈ ৰাতি হলে সত্ৰুৰ গাঁও বেৰি লুকাই থাকে। পাচে প্ৰথম কুকুৰাই ডাক দিওঁতে হাই দি গাঁও লোমাই লৰাৰ পৰা বুৰা আৰু সত্ৰুৰ গৰু চাগলি আটাইকে কাটি সিইঁতৰ হাত মূৰবোৰ লৈ উভতি আহে; পাচে তাৰ ওপৰত মদ ভাত চটিয়াই বৰ ৰঙ্গকৈ ঘৰে ঘৰে লৈ ফুৰাই, আৰু দুই চাৰি দিনলৈকে সেই দৰে নাচি গাই; খঙ্গ পলালে মূৰবোৰ নাহৰ গচত আৰি থই। পাচে নমাই মুকলত থৈ ভোজ খাই। জদি এক গাঁৱৰ নগা এটাক আন গাঁৱৰ এটাই কাটে তেন্তে তাৰ সটো মিতিৰ কুটুমে নি আলিৰ দাঁতিৰ হাবিত চিন্তা কৰি থৈ ৰাতিএ দিনে চুপি সত্ৰুক মাৰিবৰ পুৰুসাৰ্থ কৰে; আৰু খেলৰ এটাক মাৰিলে গাটেই খেলেই দুই তিনি পুৰুসলৈকে তাৰ প্ৰতিকাৰ কৰিবলৈ পুৰুসাৰ্থ কৰে।

নগাৰ লৰা ন বচৰ বয়সিয়াল হলে মাক বাপেকৰ ঘৰ এৰি গাঁৱৰ আনবোৰ লৰাই সহিতে মুৰুঙ্গ নামে এটা বেলেগ ঘৰত থাকেগৈ; তাতে মাক বাপেকে খাবলৈ দিএনি, আৰু সিও বাপেক মাকৰ বন কৰে, কিন্তু ১৫।১৬ বচৰিয়া হৈ বিয়া কৰাবৰ মন কৰি গাঁৱৰ চোআলিবোৰ থকা মুৰুঙ্গলৈ গৈ মোমায়েকৰ জিএক বা আনকে বিয়া কৰিবৰ অভিপ্ৰাই কৰি চোআলিৰ বিয়া হবৰ অভিমত থকা ন থকা জানিবলৈ সেই লৰাই হাতৰ পৰা ধোঁআ খোআটো পেলাই, তাতে জদি চোআলিএ সেই ধোঁআ খোআ তুলি খাই, তেন্তে তাইৰ মানতি আছে বুলি জানি, বিয়া কৰাই। নগাইঁতে এই দৰে বিয়া কৰাই; দৰাৰ ঘৰৰ পৰা মদ চাউল আৰু গৰু কন্যাৰ ঘৰলৈ দি সিইঁতক মিত্ৰ সমনিত্তে ভোজ খাবলৈ মাতে। পাচে দৰা কন্যা বহিলে দেওধনি অৰ্থাত তিৰোতা পোৰোহিত দুইবো মাজত এপাচি এদা থই। তাতে দৰাই আজিৰ পৰা তই মোৰ তিৰোতা হলি, আৰু মই এৰিব নে পাঁও বুলি, কন্যাত কলে কন্যাই বিয়া লোমোআৰ প্ৰমান স্বৰুপে দৰাই দিয়া এতোখৰ এদা খাই; আৰু কন্যায়ো তিৰোতা হলোঁ, আৰু মোক এৰিব নো পোআ বুলি, এতোখৰ এদা দৰাক দিএ; তাক খালত বিয়া সিদ্ধি হই। তেতিয়াৰে পৰা মুনিহ তিৰোতা দুয়ো একে লগে বেলেগ ঘৰত থাকে; কেতবোৰ নগাই লৰা ন হই মানে বাপেক মাকে সৈতে থাকে।

নগাইঁতে আন তিৰোতাতকৈ বেলেগতিয়া তনিএক আদিকহে বিয়া কৰাই, আৰু কোনো বিধৱাৰ সন্তান নে থাকিলে দেওৰেক জদি কেচুআও হই, তেও তাত বাজে আনক বিয়া কৰাব নে পাই, আৰু সেই লৰায়ো আন তিৰোতা লব নোআৰে। বিধৱাৰ লৰা থাকিলে পুনৰ বিয়া কৰিব নোআৰে, আৰু এজনিতকৈ বৰ্হা তিৰোতা কাৰো নাই। নগাইঁতৰ পৰস্ত্ৰি গমনত প্ৰান দণ্ড কৰে।

কোনো নগা অপঘাত মিত্যু হলে নাইবা দু মাহ্ নৰিয়াৰ মুৰত মৰিলেও সিইঁতে বৰ বিপদ বোলে, আৰু তাৰ ম৩।৪ হাত ওখ চিতাত তুলি হাবিত থৈ আহে, আৰু মৰাৰ চাৰি পাঁচ দিনলৈকে সেই গাঁৱৰ মানুহ্ অহা জোআ ন কৰে; কিন্তু ভালেমান দিন নৰিয়া হৈ মৰিলে তাৰ মৰত চাঙ্গ পাতি স থৈ ৰাতিএ দিনে ৰাখি পাচে স পচি মৰি জাব লগা হলে মদ ঢালে, আৰু মৰ আ-গত মাহে মাহে জিয়াই থকাত খোআ ভাত আঞ্জা আদি বস্তু দিএ। মৰাৰ পাচে কেইবা মাহ্-লৈকে তাৰ লৰা তিৰোতাই মাটিত পৰি অনেক বিলাপ কৰে। পাচে জিমান দিন বিলাপ কৰিব লগা; তিমান দিন গলে এদিন অনেকক মাতি ভোজ খুআই; ভোজ খাওঁতাবোৰে ৰনৰ মাজ কাটি দেৱতাক সেই মানুহক মাৰি নিয়াৰ মলনি নানা গালি পাৰে। পাচ দিনা মটক কাপৰ মেৰাই ন এখন চাঙ্গত তুলি থৈ দা জাটি পানি চুঙ্গা ইত্যা-দি বস্তু চাৰিও ফালে দিএ, আৰু সেইবোৰ বস্তু কেৱে নি নিএ।

নগাইঁতৰ মাজত চুৰ কৰিলে প্রান দণ্ড হই; সেই নিমিত্তে পথাৰতে সিইঁতে সকলো বস্তু এৰি জাই, তেও কেৱে নো চোএ। সিইঁত নিচেই হোজা, মিচা কথাৰ ভুকে নে পাই, আৰু ব্ৰক্ষপত বাজে টেঁটনো ন হই। সিইঁতৰ বাৰ বা মাহৰ নাম নাই, কিন্তু বাৰিখা খৰালিৰ নামহে জানে। সি-ইঁতে ৰংকটক্ৰং নামে দেৱতাক ইশ্বৰ বুলি জা-নে; আৰু তেঁও প্রিথিবি আৰু সকলো বস্তু স্রজিচে বুলি কই, কিন্তু পৰকালত স্বৰগ আৰু নৰক ভোগ আচে বুলি নে জানে।

ওপৰত লিখা বিবৰন সকল নগাঁৱৰ উজনিৰ নগাবিলাকৰ, কিন্তু নগাঁৱৰ ওচৰৰ নগা সকলৰ বিতি চৰিত্রো সেই দৰৰ। তৈয়ামৰ পৰা আঁত-ৰত জিবিলাক জাতি নগা থাকে সিইঁত বগা আৰু ৰলি আৰু প্রাই নাঙ্গটে ফুৰে। নগাঁৱৰ উজনিত এম চাৰি খন নগাৰ গাওঁ; আৰু ১১০১৫ ঘৰ নগা আচে বুলি অনুভও হই। আ.



Almanac for July, 1848.

## জুলাই মাহৰ পঞ্জিকা।

খ্রিং অং ১৮৪৮। হিন্দু সক ১৭৭০।

| | জুলাই | আহাৰ | সূৰ্য্যোদয় | সূৰ্য্যাস্ত | তিথি | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| সনি | ১ | ১৯ | ৫।১৩ | ৬।৫৩ | ০ | ৭।৪৩ |
| দেও | ২ | ২০ | ৫।১৪ | ৬।৫৩ | ১ | ৮।৩১ |
| সোম | ৩ | ২১ | ৫।১৪ | ৬।৫৩ | ২ | ৯।১৭ |
| মঙ্গল | ৪ | ২২ | ৫।১৪ | ৬।৫৪ | ৩ | ৯।৫৮ |
| বুধ | ৫ | ২৩ | ৫।১৫ | ৬।৫৪ | ৪ | ১০।৩৬ |
| ব্রিহস্পতি | ৬ | ২৪ | ৫।১৫ | ৬।৫৪ | ৫ | ১১।১৪ |
| সুকুৰ | ৭ | ২৫ | ৫।১৫ | ৬।৫৪ | ৬ | ১১।৪৯ |
| সনি | ৮ | ২৬ | ৫।১৬ | ৬।৫৩ | ৭ | পুআ |
| দেও | ৯ | ২৭ | ৫।১৬ | ৬।৫৩ | ৮ | ০।২৪ |
| সোম | ১০ | ২৮ | ৫।১৭ | ৬।৫৩ | ৯ | ১।০ |
| মঙ্গল | ১১ | ২৯ | ৫।১৭ | ৬।৫৩ | ১০ | ১।৩৭ |
| বুধ | ১২ | ৩০ | ৫।১৭ | ৬।৫৩ | ১১ | ২।২০ |
| ব্রিহস্পতি | ১৩ | ৩১ | ৫।১৮ | ৬।৫২ | ১২ | ৩।২ |
| সুকুৰ | ১৪ | ৩২ | ৫।১৮ | ৬।৫২ | ১৩ | ৩।৪৯ |
| | | সাওন | | | | |
| সনি | ১৫ | ১ | ৫।১৯ | ৬।৫২ | ১৪ | চন্দ্ৰোদাই |
| দেও | ১৬ | ২ | ৫।১৯ | ৬।৫১ | ১৫ | ৭।৮ |
| সোম | ১৭ | ৩ | ৫।২০ | ৬।৫১ | ১৬ | ৭।৫৩ |
| মঙ্গল | ১৮ | ৪ | ৫।২০ | ৬।৫০ | ১৭ | ৮।৩৮ |
| বুধ | ১৯ | ৫ | ৫।২১ | ৬।৫০ | ১৮ | ৯।১৮ |
| ব্রিহস্পতি | ২০ | ৬ | ৫।২১ | ৬।৫০ | ১৯ | ১০।০ |
| সুকুৰ | ২১ | ৭ | ৫।২২ | ৬।৪৯ | ২০ | ১০।৪২ |
| সনি | ২২ | ৮ | ৫।২২ | ৬।৪৯ | ২১ | ১১।২৫ |
| দেও | ২৩ | ৯ | ৫।২৩ | ৬।৪৯ | ২২ | ১১।৫০ |
| সোম | ২৪ | ১০ | ৫।২৩ | ৬।৪৮ | ২৩ | পুআ |
| মঙ্গল | ২৫ | ১১ | ৫।২৪ | ৬।৪৮ | ২৪ | ০।৫৯ |
| বুধ | ২৬ | ১২ | ৫।২৪ | ৬।৪৭ | ২৫ | ১।৫০ |
| ব্রিহস্পতি | ২৭ | ১৩ | ৫।২৫ | ৬।৪৭ | ২৬ | ২।৪৫ |
| সুকুৰ | ২৮ | ১৪ | ৫।২৫ | ৬।৪৬ | ২৭ | ৩।৪৩ |
| সনি | ২৯ | ১৫ | ৫।২৬ | ৬।৪৬ | ২৮ | ৪।৪৩ |
| দেও | ৩০ | ১৬ | ৫।২৬ | ৬।৪৬ | ০ | ৫।৪২ |
| সোম | ৩১ | ১৭ | ৫।২৭ | ৬।৪৫ | ১ | ৬।৪০ |

১ দিনৰ পুআ ৪। ৩৭ বজাত আমাবাস্যা।

১৬ দিনৰ ভাটি ৩। ৩১ বজাত পুর্নিমা।

৩০ দিনৰ ভাটি ১। ৪৩ বজাত আমাবাস্যা।

*The* ORUNODOI, *Published Monthly by* O. T. CUTTER, *at the Am. Bap. Mission Press, Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

দ্বিতিয় চোআ। মোং সিৱসাগৰ, জুলাই, ১৮৪৮ খ্রিং অং সঁক। নম্বৰ ৭।

VOL. III. SIBSAGOR, ASAM, JULY, 1848. No 7.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

লৰ্ড হাৰ্ডিঞ্জ চাহাবে ইংলণ্ডলৈ জাঁওতে জি এটা বাঘে গাঁৱৰ বহু মানুহ খালে, তাকে মহা বানিক ভেঁটি দিবৰ নিমিত্তে লৈ সাগৰৰ বাটে নিয়াত বাঘ নৰিয়া পৰি তাৰ গঁৰালত জিয়াং মেৰ পোআলি দু দিন থকাতো নে খাই, পাচে মৰিল।



কলিকত্তা নগৰত ১৭ জুন তাৰিখত তিনি জন বাবুএ ফটিকা খাই অগিয়ানি হলত বাগিত উঠি ৰৰকৈ জাঁওতে আন ঘোঁৰা লৈ জোআ এটা চহি- চক খুন্দা মাৰি মাটিত পেলাই মাৰিলে।

পঞ্জাব দেসৰ এখান গাঁৱত থকা এডোআৰ্দ নামে এজন কাপ্তান চাহাবক ৰন কৰিবলৈ মুল্- থান ৰজাই ১৫০০ স সেনাক পঠাই দিলত ২৩ মেই তাৰিখত লগ পাই জুধ হল। এডোআৰ্দ চাহাবে লৈতে পঞ্জাবি মানুহৰ বাহিৰে কোনো গোৰা চিপাহি নাই, তথাপি জুধ কৰি জিনিলে, আৰু ৰৰ টোপ দুটা কাঢ়ি নিলে। আৰু সেই চাহাবৰ আঁঠুত ঘা লাগিল; সিইতৰ সেনাপতিও অনেক মানুহে লৈতে মৰিল।

লাহোৰ নগৰৰ খাৰ ঘৰৰ পৰা আগৈএ বহু খাৰ উলিয়াই নষ্ট কৰিবৰ নিমিত্তে এটা নাদত পেলাই দিলত পানিত তল গৈ পচি আছিল; কিন্তু ক্ৰমে পানি সুকালত সেই খাৰ সুকাই তা- ত্তে আছিল। পাচে কোনো কোনো গাৰিৱালা মানুহে গৰুএ লৈতে তাতে ৰহি ধঁপাত খাই থকাত এটা আঙ্গঠা নাদৰ ভিতৰত পৰি খাৰত জুই লাগি ভুঁইকঁপৰ নিচিনা প্ৰিথিৱি ফাটি সিল আদি মাটি মানুহ সকলোকে উৰাই নিলে; তিনটা মা- নুহ মৰিল।

বিন্ধিয়াচল পৰ্ব্বতৰ ই মূৰে সি মুৰলৈকে ২ মেই তাৰিখত ৰৰ ভুঁইকঁপ গল। আবু নামে ত মাজৰ এক পৰ্ব্বতৰ ওচৰৰ পৰা কোনো প লিখিচে, দুপৰ মান ৰাত্তিত প্ৰথম কম্পনত স লোকে ঘৰৰ বাহিৰ ওলাই ৰাত্তি পুআৈ মাটিত পৰি ভয়েৰে বাজত থাকিল। গৰু চ আদি ভই পাই হুঁকৰি ডেড়াই লৰি ফুৰিছিআ- চিল। অনেক পকি ঘৰ ফাটি ভাগি ওপৰৰ ইটা খহি পৰিল; এটা দল ভাগি ভিতৰত থকা এজন মানুহ মৰিল, আন দুটা এধা মৰা হৈ



Earthquake in the Vindhyan Mountains.

মাৰিল। সেই ৰাতি ভাৰৰিয়া বৰ এন্ধাৰ; পাচ দিনা গধূলিত বৰ বৰষুন, বিদুলি মেঘৰ গৰ্জ্জন হল।

শ্যাম দেসত অনেক খেহ লোকে ৰজাৰ নিমিত্তে চেনি মিচিৰি কৰি থকাত ৰজাই সিইঁতৰ মাহিনা নি দিয়াৰ কাৰনে সিইঁতে উঠি দ্ৰোহ আচৰিলে। তাতে ৰজাই সেনাবোৰক পঠাই সিইঁতক দি ৬০০ জনক কাটকত থলে। পাচে দেস খনৰ ৪..০০ মান খেহ লোকে গোট খাই ৰাঙ্কক ৰাজ নগৰ আক্ৰমন কৰিলে; কিন্তু জিনিব নোঅৰাত কেতবোৰ মৰিল, আৰু অনেক ধৰা পৰি বন্দিঘৰৰ হল।

এপ্ৰিলৰ প্ৰথম দিনৰে পৰা জি ধুমুহা বৰ ৰতাহ সাগৰত হৈছিল, তাৰে অনেক জাহাজ নষ্ট হল। গুড হোপ অন্তৰিপৰ পৰা পত্ৰত লিখিচে, ৫। ৬ টা মান জাহাজ তাতে ভাগি নষ্ট হল।

হানিবল নামে এখান জাহাজ কুইবেক নগৰ এ - ইংলণ্ডলৈ জাঁওতে ২৪ ফেব্ৰোআৰিত বৰ ফান লাগি জাহাজৰ ওপৰত ঢৌ পৰি মানুহক াই নি মাৰিলে। ৩০ জন মৰিল, এজন মা া থাকিল। তাতে ৰতাহ সাগৰৰ সোঁতৰ াৰাই ১৪ দিন ই ফালে সি ফালে নিয়া সেসত নৰোৱেই দেসৰ কোনো হাবি ঠাইত গি বল। তাতে সেই মানুহ ৬। ৭ দিন মান থাকিলত কোনোবা মানুহে দেখা পাই তালৈ গৈ সেই মানুহ মূৰ্চ্চিত হৈ মৰা জেন পালে। পাচে ৰামৰ পৰা জাহাজ হোঁহোকাই সৰহকৈ পানি নি দিয়া দেখি আন জাহাজেৰে টানি নি নগৰলৈ আনিলে।

এপ্ৰিল ২৩ তাৰিখত প্ৰুচিয়া আৰু দেন্মাৰ্ক দেসৰ সৈন্যবিলাকে দেখা দেখি হলতে বৰ জুধ লাগিল; তাতে অনেক মানুহ মৰিলত দেন্মাৰ্কৰ সেনাবিলাক হাৰি ভাগি গল।

ফ্ৰাঞ্চ দেসৰ প্ৰজাবিলাকে জি নতুন মেল্আই বাচি লৈচিল, সিবিলাকৰ ৮৯০ মান গোট খাই ৪ মেই তাৰিখত পাৰি নগৰত ৰাজ মেল পাতিলে। পাচে মেলৰ অধিকাৰ হবলৈ বুসোই নামে এজনক পাতি থলে।

এতিয়া ফ্ৰাঞ্চৰ ৭,৩৭,০০০ সেনা গোট খাইচে। লিমজি নগৰত প্ৰজাবিলাকে ৰাজ মেলত বস ন হৈ আপোনাৰ এটা মেল আউটিচে। ৰোএন নগৰতো অথিৰ হৈ কন্দল কৰি জুধ হোআত তেৰ স মান মানুহ খুন হল

জৰ্মানি দেসৰ বেদন নগৰত হেকৰ আৰু স্ত্ৰোৱ নামেৰে দুজন দ্ৰোহিয়াৰ আলচেৰে কেতবোৰ প্ৰজাই অনেক দুৰ্জ্জনালি কৰি থকাত গাগৰ্ন নামে ৰাজ সেনাপতিএ সেনাবোৰক লগত লৈ সিইঁতক ভাঙ্গি খেদিলে; পাচে সিইঁতে সৈতে মিল হবলৈ কথোপকথন কৰি মিল হব নোঅৰাত উলটি জাবলৈ বিদাই দিলে। পাচে জাবলৈ ঘুৰোঁতেই সিইঁত সকলোএ হিলৈৰে তেঁওক গুলিয়াই বধ কৰিলে। তেঁওৰ সেনাবিলাকে ইয়াকে দেখি খঙ উঠি সিইঁতক একে বেলিএ আক্ৰমন কৰি এসতকৈ অধিক মানুহ মাৰিলে। ৰাজ সেনাবো ৩৫ টা মানুহৰ ঘা লাগিল, কিন্তু এটাও ন মৰিল।

হঙ্গাৰি দেসৰ লোকে য়িহুদি মানুহক অনেক তাডনা কৰি এদিন প্ৰেচ্বৰ্গ নগৰৰ য়িহুদি হস্পিটাললৈ গৈ নৰিয়া আৰু মৰিব লগিয়াবিলাককো বাহিৰ কৰি খেদালে। এই ৰূপে সেই নগৰৰ পৰা ৩০০ মান ঘৰৰ মানুহৰ খেদাই পঠালে।

২৯ এপ্ৰিলত চাৰ্দিনিয়াৰ ৰজাই পিদ্মন্তৰ লোকে সৈতে ৰচলঙ্গো নগৰত অষ্ট্ৰিয়াৰ সৈন্যক জুধ কৰি বলে নোঅৰাত হহকি গল। পাচ দিনা আৰুও আহি বৰ জুধ কৰি জিনি আদিজ নদিৰ সি পাৰলৈকে অষ্ট্ৰিয়াবোৰক খেদিলে, আৰু তাৰে ১৭৪০ সেনা ধৰি আনিলে।

চিচিলি উপদিপৰ লোক আগৰে পৰা নাপলি দেসৰ ৰজাৰ বস হৈ আচিল; কিন্তু এতিয়া সিইঁতৰ ৰাজ মেল তেঁওৰ অনধিন হবলৈ থিৰ কৰিচে।

ফিজি মাজুলিত ৮ চেপ্তেম্বৰত আম্ৰৌ আৰু ৰেনা, এই দুই ঠাইৰ মানুহে জুধ কৰাত ৮০০ মানুহ মৰিল, আৰু ৰেনাৰ মানুহ পৰাস্ত হৈ পলাই গলত সিইঁতৰ ঘৰ আটাইবোৰ জুই দি পুৰিলে।

জোআ বচৰৰ ভিতৰত চিঞ্চিনাতি নগৰত ৩,৩০,০০০ তিনি লাখ ত্ৰিচ হেজাৰ গোট গাহৰি খাবৰ নিমিত্তে মৰা গৈচে।

২৯ মেই তাৰিখত নুয়র্ক নগৰৰ আস্তৰ নামে ৬,০০,০০,০০০ চই কোটিতকৈ অধিক ৰূপৰ চহকি এজন মানুহ ৮৪ বয়সিয়া হৈ মৰিল। তেঁও জর্মানি দেসৰ মানুহ আচিল; ১৮ বচৰৰ বয়স হলত একো সম্পত্তি নো হোৱাকৈ আপোন দেস এৰি পাচে আমেৰিকালৈ গৈ উদৰ চাল নোমেৰে বেহা কৰি সিমান চহকি হল। তেঁওৰ বেহেৰুআ জাহাজ সাগৰৰ সকলো ঠাইতে ফুৰি আচিল, আৰু অৰিগন দেসত আপোনাৰ নামেৰে আস্তৰিয়া নগৰ পাতিলে।



ৰচ নামে এজন জাহাজৰ কাপ্তান চাহাবে ১৮,-৪০০ অঠৰ হেজাৰ চাৰি স হাত লেজু এতালৰ মুৰত সিহ্ এডোখৰ বান্ধি আট্‌লান্তিক মহা সাগৰত পানি জুখিবলৈ পেলাই দিলে, তথাপি এইমান দিঘল হোৱাতো তলি নে পালে।

উইল্‌কচ নামে এজন আমেৰিকান জাহাজৰ কাপ্তান চাহাবে পাচিফিক সাগৰত ফুৰি ফুৰি হাৱাই উপদিপ পালত সেই ঠাইতে জুই ওলোৱা জি বৰ ওখ পর্বত তাক চাবৰ নিমিত্তে উঠি গল। জি খালৰ পৰা জুই ওলাই সি বৰ দ, দেখিবলৈ অতি ভয়ানক। বাট দেখুআবৰ নিমিত্তে কিয়াৱিহ্ নামে হাৱাইৰ এজন আদি বাসি মানুহ লগত ললে; সি জাৰত কাপৰ মেৰাই মাটিত ৰহি থকাত চাহাবে তাৰ নক্‌চা লিখিলে।



মাওনা লোআ পর্বতলৈ বাট দেখুআ মানুহ।

Hawaiian Guide to the Crater of Mauna Loa.

## কপৌৰে মাখি মৌৰে দিষ্টান্ত।

Fable of the Dove and the Bee.

মাখি মৌ এটাৰ বৰ পিয়াহ্ লাগি পানি খাবৰ মনেৰে পুখুৰিলৈ আহি বেগে জোৱাৰ নিমিত্তে পৰি সোমাল। পাচে তাৰ পৰা উঠিব নোৱাৰি ওপঙ্গি থকাত ওচৰৰ গচৰ পৰা এটা কুপৌএ দেখি মৰম লাগি; হলি থকা এডালত পৰি হলাই দি পানিত লগালে, তাতে মৌ বগাই উঠি জিলে।

তাৰ একেৰিমানৰ পাচত বিয়াধে সেই কুপৌলৈ জাল পাতি পেলালে। তাতে কুপৌএ সোমালত বিয়াধে জাল টনাৰ সময়তে মৌএ ওপৰে উৰি জাঁওতে তাকে দেখি, আগৰ উপকাৰলৈ মন কৰি, বিয়াধৰ গোৰোআত পৰি বৰ্কৈ বিন্ধিলে। তাতে বিস পাই বিয়াধে তেও মাৰিলত কুপৌএ দেখি ভই পাই, জালৰ পৰা সাৰি উৰি গল।

ইয়াৰ অর্থ এই, জাৰ পৰা আমি আগলৈ উপকাৰ পাব নোৱাৰিম, এইমান গৰিপ মানুহ নাই। আৰু জি মানুহে উপকাৰ কৰে, সেয়ে উপকাৰ পাই।

---

## কুপৌৰে এন্দুৰৰে কথা।

The Doves and the Mouse.

এজন লোকে হাবিৰ দাঁতিত জাল পাতি চাউল সিঁচি থৈচিল; তাকে অনেক কুপৌএ দেখি বুৰা কুপৌৰ হাক ন লৈ পৰি খাবলৈ ধৰিলে। ওপৰত জাল পৰিলত সকলো চৰায়ে একে বাৰেই

উৰি বাল লৈ গৈ, আপদত এন্দুৰ মিত্ৰিৰ ওচৰ চাপিল। পাচে মিত্ৰিৰে জাল কুটি আটাইকে মুকলি কৰিলে। আপদতহে মিত্ৰৰ চিন।

---

## ইষ্ট ভেদ কৰা কথা।

The Lion and the Jackals.

এক সিংহৰ লগত দমনক কৰটক দুই সিয়াল আচিল। সিংহে পহু মাৰে, সিহঁতে খাই অনেক কাল আচে। এদিন হাবিত ভতৰাৰ মাত সিংহে সুনি, মোৰ দেসত ই কোন সোমালহি, বুলি ভাবি চিন্তি থকাত সিয়ালে বুজি পাই জনালে, হে মহাৰাজ, মোক আগ্যা দিলে তাক আনি ভেঁটাব পাৰোঁ। সেই ভতৰা হাবিত কৰ হল বুলি সোধাত সিয়ালে কলে, মুদৈএ গাবিত দুই ভতৰা নিয়াত এটাৰ ঠেঙ্গ ভাগি হাবিতে থাকিল। সি ভাল হৈ ভাল ঘাঁহ খাবলৈ পাই বৰ বলি হৈ হুঁকৰি ফুৰে। পাচে সিয়ালে গৈ হাবিত বিচাৰি পাই, তই ৰজাক দেখা ন হৈ দেসত আচ; ৰজাই দেখা পালে মাৰিব; তই ন কৰিবি আহ, ভেঁটাই দিওঁ গৈ বুলি, লৈ আহি সিংহৰ আগত ভেঁটাই দিলে। পাচে ঘাঁহ খোআ জন্তু দেখি সিংহে লগত লৈ সিয়ালক ডঁৰালি ভাঙ্গি ভতৰাক ডঁৰালি পাতিলে। সিয়ালে মঙ্গহ খাবলৈ নোপোআ আখেজতে ৰজাত লগাই ভঙ্গাই, তোমাক নে মানে, মাৰিব খুজিচে, বুলি সিংহৰ হতুআই ভতৰাক মৰালে। পুনৰ বাৰ সিয়ালে ডঁৰালি হল; পাচে অকাৰনতে ভতৰাক মাৰিলোঁ বুলি সিংহে খেদ কৰে। ইয়াৰ অৰ্থ, মিত্ৰিৰ ভঙ্গা মানুহৰ কথা লব নে পাই।



## সিংহৰ কথা।

The Lion and the Elephant.

এক সিংহে আপোনাৰ দেসত বাহু বলেৰে পৰাক্ৰম কৰি খোআত এদিন আহাৰ কৰিবলৈ একো নোপোআত হাবিত ৰাতিলৈকে খাপ দি আচিল। পৰে গধুলি হলত আপোনাৰ পোহনিয়া হাতিএ হাবিত বিচাৰিবলৈ গলত সিংহে খাপ দি থকাত বনৰিয়া হাতি বুলি জাঁপ মাৰি ওপৰত উঠি একে কামোৰতে মাৰিলে। সিংহে হাতি লৈ আহি আপোনাৰ হাতি চিনি পাই বেজাৰ হৈ একো জন্তু নে মাৰোঁ বুলি সপত কৰিলে।

ইয়াৰ অৰ্থ, লোকক হিংসা কৰোঁতাই আপোনাৰে হানি কৰে।

---

## মেকুৰিএ চৰাই পোআলি খোআৰ কথা।

The Cat and the Birds.

অনেক চৰাই বুৰা সগুনক পোআলি ৰখিয়া দি চৰায়ে দিসা দিসি উৰি গল। পাচে এটা মেকুৰিএ আহি গচত উঠি পোআলি খাবলৈ জোআত পোআলিএ দেখি ভয়ত মাতিবলৈ ধৰিলে। তাক সগুনে সুনি ডিঙ্গি মেলি চাই ৰবকৈ ভাবি দিয়াত মেকুৰিএ তই পাই সগুনৰ সাখ্যাত হল, আপুনি বৃধ গিয়ানৱন্ত, আপোনাৰ সদগুন এই চৰাইবিলাকে নিতৌ কই, তাতে দেখিবলৈ আহিচোঁ; আৰু মোক জে পোআলি খোআ বোলে, মই মাচ মাংস এৰি ব্ৰহ্মচাৰি হৈ চাতুৰ্মাস্য বৃত কৰিচোঁ; এই তিৰ্থতে অনেক কাল আচোঁ। অনেক সাধু ধৰম দেখাই বিদাই কৰি আহি খোৰোঙ্গত সোমাই সোমাই পোআলি কনি ভাঙ্গি খাই নষ্ট কৰিলে। পাচে গধুলি চৰাই আহি দেখি সোকাৰ্ত হৈ সকলোএ সগুনক খুঁটি খাই মাৰিলে।

আপোনাৰ কৰমত সাৱধানে নে থাকি দুৰ্জনৰ কথাত প্ৰতিত্তি কৰিলে আপদত পৰে।

ই ফালে চ ঘৰ, সি ফালে ন ঘৰ,
পহু পৰিল সাতোটা, ঘৰে পতি একোটা।

## এলিয়াক স্বৰগলৈ নিয়াৰ কথা।

Translation of Elijah.

যি কালত য়িহোৱাই বামাবলিৰে এলিয়াক স্বৰগলৈ নিবৰ ইচা কৰিলে, তেতিয়া এলিয়া এলিস্যাই সৈতে গিল্গাল গাঁৱলৈ গল। তাতে এলিয়াই এলিস্যাৰ আগত কলে, তুমি এখেতে থাকা, মই এই প্ৰাৰ্থনা কৰোঁ; কিয়নো য়িহোৱাই মোক বৈথেললৈ পঠাইচে। তাতে এলিস্যাই তেঁওত কলে, জদি য়িহোৱা অমৰ হই, আৰু তোমাৰ প্ৰান জদি অমৰ হই, তেন্তে তোমাক নেৰোঁ। এই হেতুকে দুয়ো বৈথেললৈ গল। তেতিয়া বৈথেলত থকা ভবিস্যত বক্তাবিলাকৰ সিস্যবোৰ এলিস্যাৰ ওচৰলৈ আহি কলে, বোলে, আজি তোমাৰ সমুখৰ পৰা য়িহোৱাই তোমাৰ গৰাকি নিব, ইয়াকে তুমি জানিচা নে? তেঁও কলে, হই, মই জানোঁ, তোমোলাকে নিজম দি থাকা। পাচে এলিয়াই তাত কলে, হে এলিস্যা, তুমি এখেতে থাকা, মই এই প্ৰাৰ্থনা কৰোঁ; কিয়নো য়িহোৱাই মোক য়িৰিহো নগৰলৈ পঠাইচে। তেতিয়া সি তেঁওৰ আগত কলে, জদি য়িহোৱা অমৰ হই, আৰু তোমাৰ প্ৰান জদি অমৰ হই, তেন্তে মই তোমাক নেৰোঁ। এই হেতুকে সিবিলাক দুয়ো য়িৰিহোলৈ গল। তেতিয়া য়িৰিহো নগৰত থকা ভবিস্যত বক্তাবিলাকৰ সিস্যবোৰে এলিস্যাৰ ওচৰলৈ আহি বুলিলে, আজি য়োহোৱাই তোমাৰ সমুখৰ পৰা তোমাৰ গৰাকি নিব, ইয়াক তুমি জানিচা নে? তাতে তেঁও কলে, হই, মই জানোঁ, তোমোলাকে নিজম দি থাকা। পাচে এলিয়াই তাক বুলিলে, তুমি এখেতে থাকা, মই এই প্ৰাৰ্থনা কৰোঁ; কিয়নো য়িহোৱাই মোক য়ৰ্দানলৈ পঠাইচে। তেতিয়া সি কলে, জদি য়িহোৱা অমৰ হই, আৰু তোমাৰ প্ৰান জদি অমৰ হই, তেন্তে মই তোমাক নেৰোঁ। এই হেতুকে সিবিলাক দুয়ো আগলৈ গল। আৰু ভবিস্যত বক্তাবিলাকৰ সিস্যৰ মাজৰ পঞ্চাস জন গৈ চাবলৈ আঁতৰত থিয় হৈ থাকিল। আৰু সেই দুই জন য়ৰ্দানৰ পাৰত থিয় হলত এলিয়াই আপোনাৰ গাৰ কাপৰ লৈ নুৰিয়াই পানিক মাৰিলে: তাতে পানিবিলাক ই কালে সি কালে বেলেগ কৰা হল, তাৰেই সিবিলাক দুয়ো সুকান মাটিএদি পাৰ হৈ গল। সিবিলাক পাৰ হলত এলিয়াই এলিস্যাত কলে, তোমাৰ ওচৰৰ পৰা মোক নিয়া হবৰ আগেয়ে তোমাৰ নিমিত্তে কি কৰিম, তাকে তুমি খুজিৰা। তাতে এলিয়াই তেঁওত কলে, তোমাৰ আত্মাই দুগুন ভাৱে মোত থাকোক, মই এই প্ৰাৰ্থনা কৰোঁ। তেতিয়া তেঁও কলে, তুমি যি প্ৰাৰ্থনা কৰিলা সি দুসাধ্য; তথাপি তোমাৰ ওচৰৰ পৰা মোক নিৱৰ কালত জদি মোক দেখা, তেন্তে তোমালৈ সেই ৰূপে হব; কিন্তু নে দেখিলে তোমালৈ ন হব। পাচে সিবিলাকে গৈ গৈ এই ৰূপে কথা কৈ থাকোঁতে, দেখা, অগ্নিৰ এখান ৰথ আৰু অগ্নিৰ ঘোঁৰাবোৰ ওলাই আহি সিবিলাকক বেলেগ কৰিলে; আৰু বামাবলিৰে এলিয়াই স্বৰগলৈ উঠি গল।

এলিস্যাই তাক দেখি, হে মোৰ পিত্ৰি, হে মোৰ পিত্ৰি, ইস্ৰাএলৰ ৰথ আৰু তাৰ ঘোঁৰা, ইয়াকে বিজিয়াই কলে; কিন্তু তেঁওক আৰু দেখিবলৈ নে পালে; পাচে আপোনাৰ কাপৰ ধৰি দুখানকৈ ফালিলে। আৰু এলিয়াৰ যি বস্ত্ৰ তেঁওৰ গাৰ পৰা পৰিল, এলিস্যাই তাকে তুলি লৈ উভতি গৈ য়ৰ্দানৰ তিৰত থিয় হল। পাচে তেঁও এলিয়াৰ গাৰ পৰা পৰা যি বস্ত্ৰ তাকে লৈ পানিবিলাকক মাৰি কলে, এলিয়াৰ ইশ্বৰ য়িহোৱা কত আচে? এই ৰূপে তেঁও পানি মাৰিলত সিবিলাক ই ফালে সি ফালে বেলেগ হল, আৰু এলিস্যাই পাৰ হৈ গল। তাতে য়িৰিহোত থকা যি ভবিস্যত বক্তাবিলাকৰ সিস্যবোৰ সমুখে চাই আচিল, সিবিলাকে তেঁওক দেখি কলে, এলিয়াৰ আত্মাই এলিস্যাত থাকিচে। পাচে সিবিলাকে তেঁওৰ লগ লবলৈ আহি তেঁওৰ আগত মাটিত পৰি প্ৰনাম কৰিলে।



মান খাম্তিএ সেৱা কৰা বোধ দেৱতাৰ নকচা

Image of Budh or Gaudama.



## খাম্তিৰ বিবৰন।

Account of the Khamtis — From the ' Sketch of Asam "

পূর্ব্বে ইংৰাজি ১৭৫১ সঁকত ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত ঐৰাৱতি নদিৰ গুৰিৰ পৰ্বতৰ পৰা অসম দেশৰ উত্তৰ পূর্ব্বে টেঙ্গা পানি নৈৰ গুৰিত ১৪ ঘৰ খাম্তি আহি আচিল। পাচে মোআমৰিয়া ভগনত আৰু ডালেমান খাম্তি আহি অসমিয়া মানুহৰ ওপৰত ডালেমান দৌৰাত্ম্য কৰিচিলহি। পাচে কমলেশ্বৰ সিংহ ৰজাৰ দিনত সিইঁতক খেদিচিল, কিন্তু চন্দ্ৰকান্ত স্বৰ্গদেৱৰ দিনত দেস অৰাজক হোআত আকও খিতাপি হলহি। পাচে ইংৰাজে ৰাজ্য লোআতো মুখেৰে মনা ভাৱে থাকি মাজে মাজে বিৰোধ কৰিবৰ আগ্ৰহুক কৰি আচিল। সেসত ১৮৩৯ ইংৰাজি সঁকৰ ২৮ জানোআৰি তাৰিখত নিসা-তিনি পৰিয়াত খাম্তিইঁত কেতবিলাক মুলুক আৰু চিংফৌএ সৈতে গোট খাই ৬০০ মান মানুহ সদিয়া লোমাই চিপাহি আৰু চাহাব সকলৰ ঘৰত জুই দি চিপাহিইঁতক আক্ৰমন কৰাত সিইঁতে আগেএ অতি ভই পাই, পাচে সিইঁতক খেদিলে; আৰু খাম্তি ২১ টা হত হল, আমাৰ ফালেও লৰা তিৰোতাই সৈতে ৮০ মানুহ মুঠে মৰিল। সেই সময়ৰ পূৰে পলিটিকল এজেণ্ট কৰ্ণেল হোৱাইট চাহাবে সদিয়ালৈ গৈ বঙ্গলাত চিপাহি নো হোআকৈ আচিল খাম্তিইঁতে আক্ৰমন কৰিবৰ বাতি ভেঙ্গু হৰা মুৰা সুনি চিপাহিৰ চাউনি লোমাবলৈ জোআত বাটতে খাম্তিইঁতে খুঁচি মাৰিলে। পাচে কেইবা মাহৰ মুৰত চিপাহি গৈ খাম্তিইঁতক সিমাৰ বাহিৰকৈ খেদি থৈ আহিল, কিন্তু চিপাহি ওভতাত আকও মিচিমিৰ পৰ্বতৰ দাঁতিত বৰ খাম্তিলৈ জোআ বাটৰ গুৰিত ৰহিলহি সেসত জি ৰনুআ গোঁহাই আৰু ডৌ গোঁহাই

ছুয়ো সদিয়াৰ দুৰ্গতি কৰিচিল, সিইঁত মৰিলত সিইঁতৰ পুতেক আৰু খাম্তিইঁতে ইং ১৮৪৩ সনত ক্ষেমা মাগি গৱৰ্ণমেণ্টলৈ প্ৰাৰ্থনা কৰোঁআত সিইঁতক সদিয়াৰ গুৰিৰ চুনপুৰ নামে ঠাইত লৰা তিৰোতাই সমনিতে আহি ৰহিবৰ, আৰু গোলাম কিনা বিকা এৰিবৰ, আৰু সক সৰু দাই আপোনাৰ মাজতে ডাঙি চোৰ ডকাইত আদি কৰি পলিটিকল এজেণ্টৰ তত সোধাবৰ আগ্যা কৰিচে।

খাম্তিইঁতৰ মুখ খেহ দেসৰ মানুহৰ নিচিনা, আৰু ৰৰনো সেই দৰৰ, কিন্তু কিচু কলা। সিইঁত অতি সতৰ্ক আৰু ৰনুআৰ স্বভাও আচে, আৰু সিইঁতৰ মুখ দেখোঁতেই নিষ্ঠুৰ। খাম্তিইঁত আন পৰ্বতিয়া জাতিতকৈ অনেক কথাত সভ্য আৰু সিইঁতে লেখিব পহ্ৰিবলৈ জানে, আৰু সিইঁতৰ ভাসাও বেলেগ। মানৰ দেসৰ দৰে ইইঁতে বৌধ ধৰমক মানে, আৰু অনেক ক্ৰিয়া মানৰ দৰে। খাম্তিৰ ৰজাবোৰ লোৰ আৰু ৰুপৰ বন কৰাত ৰৰ পাৰ্গত, আৰু সিইঁতৰ সোনাৰি বিদ্যাত এনেহে বুধি জে অলপ দেখুআলেই ৰৰ নিপুন হব পাৰে। খাম্তিইঁতে ধুতি আৰু তাৰ ওপৰত চোলা পিন্ধে, সিইঁতৰ চুলিৰে খোপা বান্ধে, আৰু কেতিয়াবা কেতিয়াবা পাগুৰিও মেৰাই। সিইঁতে ভাত আৰু সাক খাই, আৰু পালে মঙ্গহকো নেৰে, আৰু মদো খাই। আ.

---

সেই ওপৰে কোআ ৰনৰ কালত আমাৰ লগত থাকি নকৃচা লিখা ইয়ঙ্গ নামে খাম্তি খনিকৰৰ নকৃচা এই।



Tong Phanti Engraver.

## মিচিমিৰ বিৱৰন।

Account of the Mishmis.—From the "Sketch of Asam."

অসম দেসৰ উত্তৰ পুবৰ পৰ্বতবিলাকত মিচিমি নামে এক পৰ্বতিয়া জাতি আচে। সিইঁতৰ বেলেগ বেলেগ খেল আচে, দিবাঙ্গৰ বোৰক চুলিকটা মিচিমি আৰু আন আনবোৰক টাইন আৰু মেজহু বোলে। সিইঁত নিচেই ৰনআ, ভুমি ফুৰে, আৰু আৰৰ চিংফৌ আৰু আপোনাৰ মাজতো সদাই কটা কটিকৈ ৰন লগাই থাকে। সিইঁতে লেখিবলৈ বা পহ্ৰিবলৈ ভু নে পাই, সৰিল সৰু অৰ্থাত চুটি, ৰৰ বলিষ্ট, কিন্তু অতি মলিন, আৰু কাপৰ সৰহকৈ নি পিন্ধে। ৰজাবিলাকে তিবেট দেসৰ ৰঙ্গা নোমৰ কাপৰ পিন্ধে, কিন্তু সামান্যৰ কাপৰ নিচেই বেয়া। কিন্তু তিৰোতাবোৰে আঁঠলৈকে পৰাকৈ নানা ৰৰনৰ পটিয়া পটিয়া কাপৰ মেখেলাকৈ পিন্ধে, আৰু গাত চোলাৰ দৰে একোটা লই; ৰুপৰ পতা একোখৰেৰে সিইঁতে খোঁপা বান্ধি থই, আৰু কানত ইমানহে ডাঙ্গৰ ৰুপৰ অলঙ্কাৰ পিন্ধে জে কান প্ৰাই চিগি পৰিব লগা হই। মিচিমিইঁতে জেই জনি ইচা তেতে জনি তিৰোতা বাখে, কিন্তু দন্দ ন হবলৈ সিইঁতক বেলেগ বেলেগ ঘৰত থই। মিচিমিইঁতৰ লৰা তিৰোতা আৰু মুনিহ আটায়ে হোঁকা খোআত ৰৰ প্ৰিতি কৰে, আৰু আটায়ে বাঁহৰ বা খেহ দেসৰ পৰা অনা পিতলৰ এবিধ হোঁকাত খাই; আৰু বান্দৰৰ চালৰ একো খন মোনাত হোঁকা খাব পৰাকৈ আটাই বস্তু ভৰাই কঁকালত বান্ধি আটায়ে লৈ ফুৰাই। মুনিহবোৰে খেহ দেসৰ ৰঙ্গা চুলি লগোআ দা এখন আৰু সিইঁতৰ দেসি জাঠি আৰু বিহ দিয়া কাঁৰ ধেনু লৈ ফুৰাই। সিইঁতে কুকুৰৰ চালৰ এবিধ টুপি পিন্ধে।



মিচিমিৰ কুকুৰৰ চালৰ টুপি।

Dog-skin Cap of the Mishmis.

মিচিমিইতে হাবি আৰু পৰ্ব্বতত থকা বুলি এক দেৱতাক প্ৰাৰ্থনা কৰে; আৰু নৰিয়া বা আন বিপদ হলে ভালেমান গাহৰি আৰু চৰাই বলি দিএ। সিইতৰ বজা জি আচে তাক মানে হই, কিন্তু সি ইচাৰেই সকলো কৰিব নোআৰে, কিয়-নো যাই কাৰ্য্য হলে বা বৰ জগৰৰ দণ্ড কৰিব লগা হলে খেলৰ সকলো চাপি জি সিধান্ত কৰে, সেই দৰে চলে। বৰ জগৰ কৰিলেও ধনৰ দোআৰাই দণ্ড এৰাব পাৰে, কিন্তু পৰ তিৰি গমন কৰিলে প্ৰান দণ্ড হই।

মিচিমিবোৰে ৮০ হাত বহল খৰাং নৈত্তো বেঁতৰ সাঁকো দি সহজে পাৰ হই, কিন্তু সিইতত বাজে আনে পাৰ হোআ টান।

পুৰ্ব্বে মিচিমিএ অসম বজাক মানি সদিয়া খোআ গোঁহাইক কিচু কিচু দ্ৰব্য ভেঁটি দিচিল। মিচিমিৰ দেস আৰু তিবেট দেস একে লগ, কিন্তু মিচিমি-ইতক চেৰাই জোআ বাট নিচেই দুৰ্গম, তেও তি-বেট দেসেৰে মিচিমিইতে বেপাৰ কৰি সিইতৰ বিহ তিতা, গাঁঠিয়ন আৰু মজাঠি সলাই গৰু, চোঁ-কা আৰু তামৰ সাজ আনে। প্ৰতি বচৰি জাৰ-কালি মিচিমিবোৰ সদিয়ালৈ আহি বিহ, তিতা, মজাঠি, গাঁঠিয়ন ইত্যাদি বস্তু সলাই মঁহ গৰু নিএ। সিইতৰ সৰহ খেতি নাই জেন জনা জাই, পৰ্ব্বতৰ তিৰোৰ ঠাই কিচু সমান আৰু নিচেই খিয় ন হই তাতে খেতি কৰে, আৰু গোম ধান কনি ধান, আলু, অলপ আফু, কিচু কপাহ ইত্যাদি হই; আৰু সিইতৰ ধঁপাত আৰু মদত অতি প্ৰিতি। মিচিমিইত চাহ খৰত থাকে, আৰু একোটা অতি তাজৰ আচে, বেঁত বা কেতুৰিৰ পাতেৰে তাক চাই।

মিচিমিইতৰ স্বভাও চৰিত্ৰ অদ্যাপিও কোনোএ ভালকৈ জানিব পৰা নাই; অনেক ইংৰাজে সিইতৰ দেস চেৰাই তিবেট দেসলৈ জাবৰ পুৰুষাৰ্থ কৰিচিল, কিন্তু কেৱে পৰা নাই। আ.



Almanac for August, 1848.

## আগষ্ট মাহৰ পঞ্জিকা।

খ্ৰিং অং ১৮৪৮। হিন্দু সক ১৭৭০।

| | আগষ্ট | সাওন | সূৰ্য্যোদয় | সূৰ্য্যাস্ত | তিথি | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| মঙ্গল | ১ | ১৮ | ৫।২৭ | ৬।৪৫ | ২ | ৮।৩০ |
| বুধ | ২ | ১৯ | ৫।২৭ | ৬।৪৪ | ৩ | ৯।১০ |
| ব্ৰিহস্পতি | ৩ | ২০ | ৫।২৮ | ৬।৪৩ | ৪ | ৯।৪৭ |
| সুকুৰ | ৪ | ২১ | ৫।২৮ | ৬।৪২ | ৫ | ১০।২৩ |
| সনি | ৫ | ২২ | ৫।২৯ | ৬।৪১ | ৬ | ১০।৫৮ |
| দেও | ৬ | ২৩ | ৫।২৯ | ৬।৪১ | ৭ | ১১।৩৫ |
| সোম | ৭ | ২৪ | ৫।৩০ | ৬।৪০ | ৮ | পুআ |
| মঙ্গল | ৮ | ২৫ | ৫।৩০ | ৬।৩৯ | ৯ | ০।১৩ |
| বুধ | ৯ | ২৬ | ৫।৩১ | ৬।৩৮ | ১০ | ০।৫৫ |
| ব্ৰিহস্পতি | ১০ | ২৭ | ৫।৩১ | ৬।৩৭ | ১১ | ১।৪১ |
| সুকুৰ | ১১ | ২৮ | ৫।৩২ | ৬।৩৬ | ১২ | ২।৩০ |
| সনি | ১২ | ২৯ | ৫।৩২ | ৬।৩৫ | ১৩ | ৩।২১ |
| দেও | ১৩ | ৩০ | ৫।৩৩ | ৬।৩৫ | ১৪ | চন্দ্ৰোদই |
| সোম | ১৪ | ৩১ | ৫।৩৩ | ৬।৩৪ | ১৫ | ৬।৩২ |
| | | ভাদ | | | | |
| মঙ্গল | ১৫ | ১ | ৫।৩৪ | ৬।৩৩ | ১৬ | ৭।১৫ |
| বুধ | ১৬ | ২ | ৫।৩৪ | ৬।৩২ | ১৭ | ৭।৫৯ |
| ব্ৰিহস্পতি | ১৭ | ৩ | ৫।৩৫ | ৬।৩১ | ১৮ | ৮।৪৫ |
| সুকুৰ | ১৮ | ৪ | ৫।৩৫ | ৬।৩০ | ১৯ | ৯।২৪ |
| সনি | ১৯ | ৫ | ৫।৩৬ | ৬।৩০ | ২০ | ১০।১৯ |
| দেও | ২০ | ৬ | ৫।৩৬ | ৬।২৯ | ২১ | ১০।৫৭ |
| সোম | ২১ | ৭ | ৫।৩৭ | ৬।২৮ | ২২ | ১১।৪৭ |
| মঙ্গল | ২২ | ৮ | ৫।৩৭ | ৬।২৭ | ২৩ | পুআ |
| বুধ | ২৩ | ৯ | ৫।৩৮ | ৬।২৬ | ২৪ | ০।৪০ |
| ব্ৰিহস্পতি | ২৪ | ১০ | ৫।৩৮ | ৬।২৫ | ২৫ | ১।৩৬ |
| সুকুৰ | ২৫ | ১১ | ৫।৩৯ | ৬।২৪ | ২৬ | ২।৩৩ |
| সনি | ২৬ | ১২ | ৫।৩৯ | ৬।২৩ | ২৭ | ৩।৩৩ |
| দেও | ২৭ | ১৩ | ৫।৪০ | ৬।২২ | ২৮ | ৪।২৯ |
| সোম | ২৮ | ১৪ | ৫।৪০ | ৬।২১ | ২৯ | ৫।২৬ |
| মঙ্গল | ২৯ | ১৫ | ৫।৪১ | ৬।২০ | ০ | ৬।২১ |
| বুধ | ৩০ | ১৬ | ৫।৪১ | ৬।১৯ | ১ | ৭।১৪ |
| ব্ৰিহস্পতি | ৩১ | ১৭ | ৫।৪২ | ৬।১৮ | ২ | ৮।৬ |

১৫ দিনৰ পুআ ৩।৩৪ বজাত পুৰ্নিমা।
২৯ দিনৰ পুআ ১।১৯ বজাত আমাবাস্যা।

*The* ORUNODOI, *Printed and Published monthly at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

দ্বিতিয় চোঙা। মো° শিৱসাগৰ, আগষ্ট ১৮৪৮ খ্রি° অ° সঁক। নম্বৰ ৮।

VOL. III. SIBSAGOR, ASAM, AUGUST, 1848. No. 8


## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

ক্লোৰোফৰ্ম নামে যি এবিধ দৰবেৰে মানুহ অচেতন কৰা হৈ হাত ভৈৰ ক্যাটিলে একো দুখ নে পাই, এই শিৱসাগৰ জিলাত থকা কোনো কোনো ৰুগিয়া লোকে শ্ৰীযুত ডক্তৰ মঙ্গ চাহাবৰ হতুআই তাৰে মূৰ্চ্ছিত কৰা হৈ দুখ নো পোআকৈ ৰোগৰ পৰা মুকুত হৈছে। প্ৰথমতে যি এজন মানুহৰ গালত এটা বৰ ঘঁট আছিল, তাক সেই দৰৱ সূঙ্গালত ঘট কাটি দূ গুচালে মানে সি টৌপনিৰ দৰে সুই আছিল। পাচে চেতন পাই ৰোগ গুচা দেখি ৰঙ্গ মনেৰে উঠি ঘৰলৈ গল। পাচে ২০।২৫ বচৰিয়া তিৰোতা এজনি হাতৰ চাল মঙ্গহে চপাই থোৱা হেতুকে ১৮ আগষ্টত হাত মেলিবৰ কাৰনে অস্ত্ৰৰ দোআৰাই আৰু ঔসধৰ গন্ধ পোআতে কাটোঁতে দুখ পোআৰ কথা ন জনাকৈ অনেক চাহাব লোকৰ আগত হাতৰ চাল মঙ্গহ কাটি হাত পোন্নালে।

হিন্দুস্থান দেসৰ কাম্‌ত্তি নগৰত ৫ জুন তাৰিখত বৰ ধুমুহা বতাহ বৰষুন হৈ দু দিন মান আছিল। ৬ তাৰিখৰ গধূলিত তাত থকা চাহাব লোকে খানা খোআন সময়ত বজ্ৰপাত খাৰ ঘৰত পৰি জুই লাগি বৰ ভয়ঙ্কৰ সৱদেৰে ঘৰ ফুটি সিল গুলি আদি আটাইকে উৰাই নিলে। সেই সৱদেৰে আৰ্চি দুআৰবোৰ ভাগি ভাগি গল, আৰু গোটেই পল্টন কঁপি লৰিল। উৰি জোআ সিল আদি বস্তুৰ দোআৰাই এটা ফকিৰ, সাতোটা মহ, এক ঘোঁৰা, মাইকি পোআলি গৰু এহাল মৰা হৈছে।

মুল্টান নগৰত প্ৰথম জুলাই তাৰিখত কম্পানিৰ সেনাপতিএ সেনা লৈ মুল ৰজাই সৈতে ৰন কৰি ৬ ঘণ্টা মান যুধৰ পাচে তাক জিনি নগৰৰ পৰা খেদালত, ৰজাই চাই ভাঁৰৰ ভাতৰত থকা কোঁঠত আস্ৰুই ললে।

লাহোৰ নগৰত আগেয়ে যি দ্ৰোহ পাতিছিল, দুজন চিপাহিএ সেই দ্ৰোহিৰ আলচ জানি তাক ন কৈ গুপুতে ৰখাৰ প্ৰমান ওলালত প্ৰধান সেনাপতিএ সেই দুটা চিপাহি ফাঁচি দিবলৈ আগ্যা কৰিলে।

তেবিদ্‌চন নামে চাহাৰনপুৰ জিলাৰ মেজেস্ত্ৰেত চাহাবে এটা বিলাতি কুকুৰে সৈতে ৫০ হাত মান ওখ গৰাৰ দাঁতিত উমলি থাকোঁতে অকস্মিতে খাগৰি পৰি অনেক দুখ পাই কিচু বেলিৰ পাচে মৰিল।

কলিকত্তা নগৰত থকা এজন বঙ্গালি ৰজাই কোনো জমিদ্যৰে সৈতে দন্দ লাগিলত দুইবো ৪।৫০০ মানুহে হাতত লাঠি লৈ ওচৰৰ গাঁৱত গোট খাই যুধ কৰিলে। তাতে দুটা মানুহ মৰিল, এঘাৰেটা এধা মৰা হল।

ইংলণ্ড দেসৰ ব্ৰাইটন নগৰৰ ওচৰত সাগৰে তলে খানি নিয়া ওপৰে আহুনিয়া গৰা আছে। তাতে মানুহ লৰাবোৰে তলে সোমাই সোমাই সিল আদি কিৰা কিৰি পালে খানি উলিয়াই। এই ৰূপে ৫ মেই তাৰিখত ১০।১২।১৬ বচৰ বয়সিয়া তিনি ভায়েক আৰু এটা সৰু লৰাই সৈতে ৬ হাত মান সোমাই খানি আছিল; তাতে একে বেলিএ গোটেইটো গৰা খহি ৫ হেজাৰ মোন মান মাটি সিইতৰ ওপৰত পৰিল। পাচে মানুহ গোট খাই খানি খানি দু ঘণ্টাৰ পাচত উলিয়াব পাৰিলে, কিন্তু সকলো মৰা।

এক্চিটৰ নগৰৰ ওচৰত ধোঁৱাই টনা সৰু ৰথ এখান আলিৰ লোৰ তাঁদত থকাত কলে সৈতে ৰথ খান চাৰেক বেগাই আহি খুন্দা খালে। তাৰ এখন ৰথ তোখৰ তোখৰকৈ ভাগি মানুহক দলিয়াই পেলোৱাত ৬ টা মৰিল।

সাঁকো দলঙ্গ কৰিবলৈ যি কাঠ লাগে তাক যিলাইতৰ মানুহে কোনো দৰৱৰ পানিত বুবুৰিয়ালে কাঠ বৰ টান হই, কিন্তু খাৰৰ নিচিনা হোৱাত বৰ বেগে পোৰে। ওএলচ দেশৰ উচ্চ নদিৰ ওপৰে দু বচৰৰ ভিতৰত এনে কাঠৰ এখন দলঙ্গ সাজি এঁটাৰ লগা হলত তপত লোৰ এভাল তাঁদৰ গঁজাল মৰিয়াঁওতে কাঠত জুই লাগি গোটেই খন পুৰি নষ্ট হল। তাৰ ওপৰে জোৱা ৰথ খান চাৰেক জুই লগা দেখি বৰ বেগে ধোঁৱা মেলি জোৱাত কথমপি সাৰিল। সেই দলঙ্গ ৬০০ হাত দিঘল; সাজোঁতে ২ লাখ টকা খৰচ হল।

১৫ মেই তাৰিখত ফ্ৰান্স দেশৰ বিলঙ্কি, বাৰ্বে, আদি কৰি অনেক মানুহে ৫০,০০০ মান প্ৰজাই সৈতে ৰাজ মেল ভাঙিবৰ নিমিত্তে বৰ চৰাত সোমাই হুৰা মুৰা কৰি মেলুৱাইবিলাকক খেদিলে। পাচে লামাৰ্তিন ৰাজ মন্ত্ৰিএ আন মন্ত্ৰিএ সৈতে সকলো সেনাবোৰক গোট খুৱাই সেই দ্ৰোহ কৰাবিলাকক ভাঙি খেদাই যাই সত্ৰু ২০০ মানক ধৰি সোধ কৰাবৰ নিমিত্তে কইদ কৰি থলে।

সেই ১৫ মেই তাৰিখত বৰ্লিন আদি কোনো কোনো নগৰত দ্ৰোহ আচৰি সেনাই সৈতে প্ৰজাবিলাকে যুধ কৰিচিল। বিএনা নগৰত অনেক কন্দল হুৰা মুৰা কৰাত অস্ত্ৰিয়া ৰজাই বিএনা নগৰ এৰি গৈ আন নগৰত থাকিল।

২৮ মেই তাৰিখত জৰ্মানি মানুহ ৭,৫০০, দেন্মাৰ্কৰ ৮,০০০ সেনাই সৈতে চন্দিবিল নগৰত যুধ কৰি জৰ্মানি হাটিল। দুয়ো কালে বহু মানুহ মৰিল।

পোলণ্ড দেশৰ পোচেন নগৰৰ লোকে স্বতন্ত্ৰ হবলৈ প্ৰুচিয়াৰ অহিতে ৰন কৰি গ্ৰাজ আৰু জিয়ুফ এই দুই গাঁৱত বৰ যুধ কৰিলে, কিন্তু জিনিব নোৱৰাত প্ৰুচিয়াই সকলোকে মাৰি বন্দিয়াৰ কৰিলে; পোচেনৰ ১৭০০ বন্দুৱাৰ মাজত ১৭ টা মাথোন সাৰি পলালগৈ। সিহঁতৰ সেনাপতি আৰু বৰ টোপ ১১ টা, ৰনৰ আটাই সামগ্ৰি সৈতে প্ৰুচিয়াই কাঢ়ি নিলে।

চাৰ্লচ আলবৰ্ত নামে চাৰ্দিনিয়াৰ ৰজাই ৩০,০০০ সেনাই সৈতে অস্ত্ৰিয়াৰ সৈনক ইতালি দেশৰ পৰা খেদাবলৈ ৰন কৰিচে। ৬ মেই তাৰিখত বিৰোনা নগৰত যুধ কৰি চাৰ্দিনিয়াৰ ১২০০ মান হানি হৈচে, অস্ত্ৰিয়াৰো মৰা আৰু খুন হোৱা বহু মানুহ আচিল। মিলান নগৰৰ যুধত অস্ত্ৰিয়াৰ মৰা ২০৬; খুন হোৱা ৩৬৯; সিহঁতৰ ঘোঁৰা ৬৮৭ মাৰিলে, আৰু বৰ টোপৰ হানি চটা। বচলজো যুধত অস্ত্ৰিয়াৰ ২০০ মৰিল; ৬০০ মানুহ বন্দিয়াৰ হৈ সত্ৰুৰ হাতত পৰিল। ২৩ মেই তাৰিখৰ মানিখা ৰাতিত অস্ত্ৰিয়াই বিচেঞ্চা নগৰত আক্ৰমন কৰিলে, কিন্তু জিনিব নোৱাৰি পাচে হুহকি গল।

১৫ মেই তাৰিখত নাপলি নগৰৰ লোকে ৰজাৰ অহিতে উঠি ৰাজ সেনাবোৰে সৈতে ৰন কৰিলত মৰা খুন হোৱা ১৫০০ আচিল; তাৰ মাজত ৰাজ সেনা ৭০০।

---

### বাপেক পুতেকহঁতৰ কথা।

**The Father and his Sons.**

এটা মানুহৰ ভালেমান লৰা আচিল আৰু সিহঁতৰ ইটে সিটে সদাই দন্দ হৈ থাকে, পাচে বাপেক মৰিবৰ সময়ত আটাইবোৰ লৰা মাতি আনি ভালেমান বন গোটাই টানকৈ এগচ বান্ধি বাটি সিহঁতক চিঙিবলৈ দিলে, সিহঁতে কোনো ৰূপে চিঙিব নোৱাৰিলে; তেতিয়া বাপেকে সেই গচ মেলি, এডাল এডাল বন সিহঁতক চিঙিবলৈ দিলে, সিহঁতেও বেগত বেগে চিঙি পেলালে। তাতে বাপেকে কলে বোলে, এইটো তহঁতৰ কাৰনে হিত কথা, কিয়নো তহঁতে যদি মিল হৈ থাক, তেতিয়া তহঁতক কোনেও একো কৰিব নোৱাৰে, যদিহে বেলেগ হ তহঁতকো এই দৰে নষ্ট কৰিব।

অৰ্থ, একে হৈ থাকিলে বল হই, অমিল হলে বল হিন হই।



নিংৰুলা, চিংফৌ গাম।

Ningrula- Singpho Chief.

## চিংফৌৰ বিবৰন।

Account of the Singphos,—from the "Sketch of Asam"

চিংফৌৰ দেসৰ উত্তৰ সিমা ব্ৰুহ্মপুত্ৰ, পুবে মিচিমিৰ পৰ্বত, দখিনে পাটকাই পৰ্বত, আৰু পচিমে ন দিহিঙ্গ নৈৰ মুখৰ পৰা পোনে বুৰি দিহিঙ্গ নদিৰ দখিনলৈকে। এই দেসৰ প্ৰাই আধখিনি পৰ্বতিআ, কিন্তু মাটি কিদ কিওখ প্ৰায়তে অনেক ধান হই। কঁহিয়াৰ, চাহ ইত্যাদি সুন্দৰে হই, আৰু সকলো পোনে নদি বৈচে। এতিয়া গোটেই দেসেই হাবি, কিন্তু চিংফৌ অহাৰ অৰ্থাত ৬০ বচৰৰ পুৰ্বে তেনে অৱস্থা নাচিল। সমপ্ৰতি চহেজাৰ মান চিংফৌ আচে হেন অনুভও হই।

প্ৰতি জাতি চিংফৌৰ ওপৰতে একোটা গাম নামে ৰজা। আচে সিইতে প্ৰাই জি ইচ্চা তাকে কৰিব পাৰে, আৰু আটাইবোৰ চিংফৌৰ অভিমতেৰে নিচয় ন চলে; কিন্তু চিংফৌৰ ৰজাবোৰৰ ভিতৰত জি বৰ গুনবান, তাৰ কথাৰে গোটাই

দেসৰ কোনো মুখ্য কাৰ্জ্জত চলে। জেতিয়া চিংফৌইতে ইংৰাজে সৈতে সন্ধি পত্ৰ কৰিচিল, তেতিয়া বিচা গাম নামে এটা ৰজাৰ দোআৰাই নিয়ম নিতি কৰি আটায়ে চলিচিল। জেতিয়া মানে অসম দেস আক্ৰমন কৰিচিল, তেতিয়া চিংফৌইতে সিইঁতৰ লগ লৈ অসমত নানা দুৰ্গতি কৰিচিল, আৰু পুৰ্ব্বেও অনেক অসমিয়া মানুহক গোলামকৈ নিচিলহি।

চিংফৌইঁতৰ স্যান আখৰ, আৰু সিইঁতৰ ভাসাওবেলেগ; সিইঁতে পাতত বা কাকতত লেখেকিন্তু সিইঁতৰ স্বভাও অতি সৰপা; কেতিয়া কি কৰে তাৰ থিতাপি নাই, আৰু ৰৰকৈ কানি খাই। সিইঁতৰ এনেহে এলাহ জে গোটেই দেসেই উৰ্ব্বৰা আৰু খাজানাও দিব নে লাগে, তেও ধানৰ এনেহে দৰ জে বচৰৰ অনেক মাহ হাবিৰ আলু কচু খাইহে থাকে; পথাৰৰ সকলো বন গোলাম আৰু তিৰোতাবোৰে কৰে, মুনিহবোৰৰ হাতত বন বা মিগয়া ন হলে বদ পুআই বা গাঁও ফুৰি থাকে।

চিংফৌইঁতৰ ওচৰৰ জি সকল জাতি আচে, সেইবোৰৰ ধৰমে সিইঁতৰ ধৰমেৰে মিহলি, আৰু সকলোবোৰ চিংফৌৰ একেটা ধৰম ন হই; সেখোঁতে সিইঁতে বোধ ধৰমৰ গদমা দেৱতাক মনা জেন দেখি; কিয়নো সেই দেৱতাৰ মন্দিৰ আৰু পোৰোহিত মুখ্য গাঁওবিলাকত আচে। জি চিংফৌ ৰজা আন জাতি চিংফৌ সৈতে জুধত মৰে, তাকো দেৱতা গিয়ান কৰে, আৰ মাউৰ, দুৰ্ডিখ্য বা বিপদত নিং দেৱতা বা, নিজসিচ্ দেৱতাক মঁহ গাহৰি কুকুৰা বলি দি পুজে, আৰু মঁহ বলি মুৰবোৰ ভক্তিৰ চিন স্বৰুপে ঘৰত আৰি থই।

মানুহ মৰিলে সি জিয়াই থাকোঁতে জেনেকৈ ইচা কৰিচিল তেনেকৈ পোৰে বা পোতে; দেওধাঁই হতুআই দেৱতাক গাহৰি কুকুৰা বলি দিয়াই। কোনো ৰজা মৰিলে তাৰ আটাইবোৰ মিত্ৰ গোট নে খাই মানে সটো ৰাখি থই, পাচে মঁহ গাহৰি পহ বলি দি মদ আৰু ভোজ খুআই স পোতে; তাতে দেওধাঁয়ে মন্ত্ৰ বুলিলে মাটিৰ ডেঁটি এটাৰে মৈদাম বান্ধি বাঁহেৰে বেৰ দি থই।

চিংফৌইঁতে অনেক তিৰোতা ৰাখিব পাৰে, আৰু সিমুৰধক সিইঁতে বৰ ভই কৰে। মাক আৰু ভনিয়েকক বিয়া কৰাব নে পাই, কিন্তু মাহি মাক বৌয়েক বা আন কোনো সম্বধ্ক বিয়া কৰাব পাই। বিয়া এই ৰুপে কৰাই, অৰ্থাত দৰাৰ কন্যাৰ মাক বাঁপেকক এখন খামতি দা, পাটৰ চুৰিয়া, মখমলৰ চোলা, গোলাম বান্দি আৰু ধনৱন্ত হলে সক্তি অনুসাৰে ধন সোন দিএ; পাচে কন্যাৰ মিত্ৰ কুটুমক ভোজ খুআলে আৰু দেওধাঁয়ে কিচু মানে ক্ৰিয়া কৰিলে কন্যাৰ অলঙ্কাৰাদি মাক বা বাপেকে ৰাখি দৰাক গঁতাই দিএ।

কেৱে পৰস্ত্ৰি গমন কৰিলে তিৰোতাৰ স্বামিএ জি দয়ন্ অৰ্থাত গৰু মঁহ ধন কাপৰ খোজে তাকে দিব পাই, কিন্তু দিব নোআৰিলে সি বন্দিসাললৈ জাব লাগে। বিয়া নোঁ হোআ তিৰোতা গামি হলে একো দণ্ড নে লাগে, কিন্তু সগৰ্ভা হলে মাক বাপেকক মঁহ এটা আৰু বন্দি তিনটা দিবপাই। পাচে তাইক ইচা হলে বিয়া কৰাব পাৰে। জি বস্তু চুৰ কৰে তাৰ দুনা দিলেই দণ্ড হই।

কোনো চিংফৌ ৰজাৰ ৰজহক জি মাৰে তাক



চিংফৌৰ তিৰোতা।

A।



চিংফৌৰ জাপি।
A Singpho Hat.

আৰুও মাৰিৰ নোআৰিলে বৰ অপমানৰ কথা; আৰু ততালিকে জদি মাৰিবও নোআৰে তেনে কালক্ৰমে সিহঁতৰ সত্ৰুৰ বংসৰ একনকো মাৰিহে এৰে।

চিংফৌবোৰ বাঁহ বা খেৰেৰে চোঅা বৰ দিঘল চাঙ্গ ঘৰত থাকে, সেই বোৰ ৬০।৮০ হাত দিঘল আৰু একেটাতে খোঁটালি খোঁটালিকৈ কেইবা ঘৰ মানুহো থাকে; ঠায়ে ঠায়ে বৰ বৰ বজাবোৰৰ জি ঘৰ একোটা আচে, তাত ইমান একোটা খুঁটা লগাই জে তাক হাতেৰে সৰা জেন প্ৰাই নে দেখে।

চিংফৌহঁতৰ নিয়মিত কোনো ৰাজ্য সাসন নাই, প্ৰতি বজাই স্বাধিন, খাজানা লই, আৰু গাৱে গৈ জুধ ন কৰে। চিংফৌহঁত অতি নিষ্ঠুৰ আৰু সিহঁতৰ দন্য কৰে তাক ৰাতি বেৰি কাটে, আৰু সিহঁতৰ সৰপা স্বভাৱৰ নিমিত্তে খেতি ন কৰাৰ কাৰন অনেকে খাবলৈ নে পাই মৰে। আ·

১৮৪১ সকত শ্ৰীজুত কম্পানিএ সৈতে জুধ কৰাত, কম্পানিএ সিহঁতৰ ২।৩ গামক ধৰি কইদত ৰাখি, সিহঁতৰ গাঁওবোৰ জুই দি পুৰিলে, আৰু চিংফৌবোৰকে পাটকাই পৰ্বতৰ সিপাৰলৈ খেদিলে, সেই কাৰনে অসম দেসৰ কালে এতিয়া চিংফৌবিলাক তাকৰ।



খামতি আৰু চিংফৌৰ দাৰ নকচা।

---

অকাৰ্থত ধন তজা পুত্ৰেকৰ দ্ৰিষ্টান্ত।
Parable of the Prodigal Son.

আমাৰ প্ৰভু যিচু খ্ৰিষ্টে দ্ৰিষ্টান্ত দি তেঁওৰ সিস্যবিলাকত কলে বোলে, একন মানুহৰ দুই পুত্ৰেক আছিল; তাৰে সৰু জনে বাপেকত কলে, হে পিত্ৰি, তোমাৰ সম্পত্তিৰ জি ভাগ মোত পৰে, তাকে মোক দিয়া; তাতে বাপেকে আপোনাৰ বস্তু সিহঁতক বাঁটি দিলে। তাৰ অলপ দিনৰ পাচে সেই সৰু পুত্ৰেকে আপোনাৰ সকলো ধন গোটাই দুৰ দেসলৈ গৈ দুষ্ট প্ৰবৰ্ত্তনেৰে আটাইকে ভাঙ্গি বই কৰিলে। তাৰ সকলো ধন টুকালত সেই দেসত বৰ আকাল হল, তাতে সি দুখিয়া হবলৈ ধৰিলে। পাচে সি গৈ সেই দেসৰ এক গিৰিহতৰ আস্ৰয় লৱত গাহৰি ৰাখিবলৈ সেই মানুহে আপোনাৰ পথাৰলৈ তাক পঠাই দিলে। তাতে গাহৰিএ খোৱা খোলাৰে সৈতে সি আপোনাৰ পেট ভৰাবলৈ ইচা কৰিলেও তাক কেৱে কিছু খাবলৈ নি দিলে। সেসত চেতন পোৱা হৈ সি বুলিলে, মোৰ পিত্ৰিৰ কেতেক বন্দিএ আঁটা খোৱা বস্তু আৰু তাতকৈ অধিকো পাই, কিন্তু মই ভোকতে মৰিচোঁ। মই উঠি বোপাইৰ ওচৰলৈ গৈ এই কথা কম, হে পিত্ৰি, স্বৰ্গৰ অহিতে আৰু তুমি দেখাতে পাপ কৰিলোঁ; তোমাৰ পুত্ৰ নামেৰে মতা হোৱাৰ আৰু জোগ্য ন হঁও; তোমাৰ এক বেচ পোৱা বন্দিৰ নিচিনা মোক কৰা। পাচে সি উঠি পিত্ৰিৰ ওচৰলৈ গল; কিন্তু সি অতি দুৰৈত থাকোঁতেই বাপেকে তাক দেখি মৰম লাগি লৰি গৈ তাৰ ডিঙ্গিত পৰি ধৰি



চুমা দিলে। তেতিয়া পুত্ৰেকে তেঁওত কলে, হে পিত্ৰি, স্বৰ্গৰ অহিতে আৰু তুমি দেখাতে মই পাপ কৰিলোঁ; তোমাৰ পুত্ৰ নামেৰে মতা হোৱাৰ আৰু জোগ্য ন হঁও। কিন্তু বাপেকে বন্দিবোৰত কলে, আটাইতকৈ উত্তম বস্ত্ৰ আনি ইয়াক

পিস্কা; তাৰ হাতত আংঠি, ভৰিত পইজাৰ দিয়া; আৰু পোহ্ তোলা দামুৰি আনি মাৰা; পাচে ভোজন কৰি আমি আনন্দ কৰোঁহক; কিযনো এই মোৰ পো মৰা হৈও আকৌ জিয়াই আচে, হেৰোআ হৈও পোআ হৈচে; তাতে সিবিলাকে আনন্দ কৰিবলৈ ধৰিলে। সেই কালত ডেঁওৰ বৰ পুতেকে খেতিত আছিল; পাচে সি আহি ঘৰৰ ওচৰ পাই বাজনা আৰু নচাৰ সবদ সুনিলে। তেতিয়া সি এটা বন্দিক মাতি সুধিলে, এই কথাৰ কাৰন কি? তাতে বন্দিএ কলে, তোমাৰ ভাঁয়া আহিল, আৰু তোমাৰ পিত্রিএ তাক বস্তু সৰিলে পোআ হেতুকে পোহ্ তোলা দামুৰি মাৰিলে। তাতে সি খঙ্গ কৰি ভিতৰলৈ জাব নু খুজিলে; এই হেতুকে বাপেকে বাজলৈ আহি তাক বিনই কৰিলে। তাতে সি বাপেকত উত্তৰ দি কলে, দেখা, মই এতেক বচৰ তোমাৰ আল ধৰি কোনো কালত তোমাৰ আগ্যা ভঙ্গা নাই, তথাপি সখিবিলাকৰ লগত ৰঙ্গ কৰিবলৈ মোক এটি চাগলি পো আলিও দিয়া নাই। কিন্তু তোমাৰ এই জি পু.ৎ বেস্যাৰ লগত তোমাৰ ধন ভাঙ্গি পেলালে, সি আহিলতেই তাৰ নিমিত্তে তুমি পোহ তোলা দামুৰিকো মাৰিলা। তেতিয়া ডেঁও তাত কলে, হে মোৰ পো, তুমি সদাই মোৰ লগত আচা, আৰু মোৰ জি জি আচে সকলো তোমাৰ। কিন্তু তোমাৰ এই ভাঁয়া মৰা হৈও আকৌ জিয়াই আচে, হেৰোআ হৈও পোআ হৈচে; এই কাৰনে আমি ৰঙ্গ কৰা আৰু আনন্দিত হোআ উচিত।

---

## খেঁক সিয়ালৰে লতাপনিয়লৰ কথা।

The Fox and the Grapes.

এটা সিয়ালে এজোপা লতাপনিয়ালৰ ওপৰত বহুত পকা গুটি দেখি কেতবোৰ আনিবৰ নিমিত্তে অনেক জতন কৰিলে, তথাপি কোনে ৰূপে আনিব নোআৰি, কলে বোলে, এইবোৰ গুটি কেচা আৰু বৰ টেঙ্গা? তাৰ কাৰনে মই কেলেই স্রম কৰোঁ, ইয়াকে বুলি গুচি গল।

অৰ্থ, কোনো লোকে কোনো বস্তুৰ নিমিত্তে অতি স্রম কৰিও নে পালে, তেতিয়া মনক বুজাবৰ নিমিত্তে সেই বস্তুটত এটা দোস উলিয়াই।



## মিচৰ দেসৰ স্ফিংক্সৰ কথা।

The Egyptian Sphinx.

আগৰ মিচৰ দেসৰ মানুহবিলাকে স্ফিংক্স পূজা কৰিচিল, আৰু তাৰ জি তান্দৰ মূৰ্ত্তি সাজে সি অতি আচৰ্জ। সেই মূৰ্ত্তি সাজিবৰ অনেক হেজাৰ বচৰ হৈচে তথাপি কেতেটি এতিয়াও আচে। পিৰামিদবিলাকৰ ওত তাৰ এধান মূৰ্ত্তি আচে; মূৰটো তিৰোঁতা মানুহৰ নিচিনা, গাটো সিংহৰ নিচিনা। সেই মূৰ্ত্তিৰ মূৰটো তিজিটৈ আজিলৈকে দেখা পাই, কিন্তু গাটো বালিএ ঢাকি থৈচে। তাৰ মূৰটো সত্তৰ হাত ওখ, আৰু তাৰ কানৰ আগ ধনিৰে পৰা মূৰবিলৈকে দহ হাত। কিন্তু প্লিনি নামেৰে এজনে আগৰ ইতিহাসত লিখিচে জে তাৰ মূৰটো তিনি কুৰি সত্তৰ হাত, গাটো এস হাত তান্দৰ আছিল। সেই স্ফিংক্সৰ মূৰৰ নকচা ওপৰত আচে।

স্ফিংক্সৰ ইতিহাস কথা এই, সি এটা ৰাখ্যস, তাৰ মূৰটো তিৰোঁতাৰ নিচিনা, গাটো কুকুৰৰ নিচিনা, নেগুৰ ডাল সাপৰ নিচিনা, ডেউকা দুটা চৰাইৰ নিচিনা, তাৰ ভৰি সিংহৰ নিচিনা, মাতটো মানুহৰ নিচিনা। মানুহবিলাকে এই ৰূপে কৈচিলে বোলে, প্রজাবোৰ দমিবলৈ জুপিতৰে তাক মিচৰ দেসলৈ পঠাই দিলে। আৰু সি মানুহবিলাকক এনেহে দণ্ড কৰে জে আপোনাৰ প্রহেলিকাৰ অৰ্থাত প্রস্নৰ অৰ্থ জি কব নোআৰিব তাক সি মাৰি খাই। তাতে তাৰ এইবোৰ উপদ্রৱৰ কাৰনে সকলোএ ভই কৰে। পাচে এটাই মিচৰ দেসৰ মানুহবিলাকত কলে বোলে, তাৰ এটা প্রহেলিকাৰ অৰ্থাত প্রস্নৰ অৰ্থ জদি কোনোবাই কব পাৰে তেতিয়া সি আপোনাকে

আপুনি বধ কৰিব। সেই প্ৰহেলিক এই, পহুএ ৰাতি পুআ চাইটা ভৰিএৰে খোজ কাৰ্হে, দুপৰিয়া দুটা ভৰিএৰে খোজ কাৰ্হে, আবেলি তিনটা ভৰিএৰে খোজ কাৰ্হে। তাতে সেই দেসৰ বাদচাই অঙ্গিকাৰ কৰিলে বোলে, জি কোনোএ এই প্ৰহেলিকাৰ অৰ্থ কৈ এই ৰাখ্যসৰ হাতৰ পৰা দেস ধন ৰখ্যা কৰিব পাৰে তাক মই আপোনাৰ ভনিক বিয়া দি সকলো ৰাজ্য তাৰ দিম। মানুহবিলাকে কই এদিপস নামেৰে এটা মানুহে তাৰ অৰ্থ এই ৰূপে কৰিলে বোলে, মানুহে জেতিয়া লৰা কালত মাকৰ পিয়াহ খাই তেতিয়া চাইটা ভৰিএৰে অৰ্থাত আঁঠু কাহিঁ ফুৰে, পাচে ডৰ হলে দুটা ভৰিএৰে ফুৰে, জেতিয়া বুঢ়া হই তেতিয়া লাখুটিএ সৈতে তিনটা ভৰিএৰে ফুৰে। প্ৰস্নৰ এই অৰ্থ কৰা সুনি আপুনি প্ৰতিগ্যা কৰাৰ কাৰনে পৰ্বতত মুৰ খুন্দি সেই স্ফিংক্সে প্ৰান তিয়াগ কৰিলে।

---

## খেহ দেসৰ মহা গৰৰ কথা।

The Great Wall of China.

সেই গৰটো খেহ দেসৰ সকলোতকৈ অতি আচৰিত, আৰু প্ৰিথিৱিৰ মাজতে প্ৰাই সেই এটা আচৰ্জ কৰ্ম। সেই গৰৰ কাৰনেই তাতাৰ দেসৰ পৰা সেই ফালেদি খেহ দেস ৰখ্যা পৰে। সেই গৰটো দিঘলে সাত স দুকুৰি দহ ক্ৰোচ আৰু ইমান বহল জে ঘোঁৰাৰে চটা মানুহ সমানে সাৰি হৈ চুটি মেলাই জাব পাৰে। আৰু তাৰ দুটা দুটা কাঁৰৰ আঁতৰে আঁতৰে এটা এটা বুৰুজ বান্ধিছিল। সেই দুৰ্জই গৰ বান্ধিবৰ দু হেজাৰ বচৰ হৈচে। আৰু সিমান অদ্ভুত গৰটো অকল সমান ঠায়ে দি বান্ধিলে এনে ন হই, ৰৰ ৰৰ পৰ্বতৰ ওপৰে দিও বান্ধিলে। অনেক দিন ভুমি ফুৰা জাত্ৰি এজনে ঠিকনা কৰি চাইচিল জে ম্বয়েন নগৰৰ উত্তৰ ফালে তাৰ বাটত আঠ স একুৰি চাৰি হাত ওখ এনে অতিসই দুৰ্গম পৰ্বত আচে, তথাপি সেই গৰ তাত লগাইচে। আৰু জত জত নৈ আচে তাত তলে পানি জাবলৈ খোন্দ ৰাখি ওপৰেদি গৰ বান্ধি নিচে। সেই গৰ সাত স দুকুৰি দহ ক্ৰোচৰ বাট গৈ, অগম্য পৰ্বত আৰু মৰু ভুমিত অন্ত হৈচেগৈ। তাৰ তল খন ৰৰ সিলেৰে আৰু কঁৰালেৰে বন্ধা, কিন্তু ওপৰতো ইটাৰে সজা। আৰু মানুহেঁ এই ৰূপে কই জে দেস ধনৰে মানুহ বন কৰিব পৰাবিলাকৰ তিনি ভাগৰ এভাগ গৰ বন্ধাত লাগিচিল, আৰু সেইবিলাকক একে বেলিএই প্ৰান দণ্ডৰ ভই দেখাই আগ্যাও কৰিচিল বোলে, সেই গৰ এনে টান পকা হব লাগে জেন লোৰ খুঁটি, গজাল, এনেবোৰকো তাত কোনো ৰূপে সুমাব নোআৰে। গৰটো এনেহে টান পকাকৈ বান্ধিলে তাক আৰু মকৈ খন্তাৰ কঁৰালিৰৰ একো সকাম নাই। বিসেসত এনেহে সুকান ঠায়ে দি বান্ধিলে সি ওৰেও থাকিব জেন মনে ধৰিচে। গৰটো বান্ধিবলৈ ধৰাৰে পৰা এঁটোআলৈকে মুঠে পাঁচ বচৰ হল। আৰু বান্ধোতে মানুহবিলাক চাৰি পাঁচ ক্ৰোচলৈ ইমান ঘনকৈ থিয় হৈ বন কৰিচিল, জে খোজ নবলোআকৈএ ইটা কঁৰাল আদি কৰি হতা হতি কৈ ইটে সিটলৈ দিচিল।

প্ৰিথিৱিৰ মাজত মানুহৰ স্ৰম আৰু কিৰ্ত্তিৰ ভিতৰত এইটো কিৰ্ত্তিএই অতি আচৰ্জ। তাৰ খৰচ ঠিকনাকৈ দেখা হল জে ইংলণ্ড দেসত জদি পকা ঘৰ অঠৰ লাখেই আচে তথাপি সকলো ঘৰ সেই গৰৰ খৰচেৰেই হব পাৰে; কিন্তু এই সেখেৰে তাৰ বুৰুজ সেখিবলৈ ন হল, কিয়নো আঠ হেজাৰ আলিএ সৈতে লণ্ডন নগৰ খান তাৰ বুৰুজেৰেই হব পাৰে। আৰু সেই গৰত জিমান বস্তু লাগিচে, সেই বস্তু খনিৰে আঠ হাত ওখ আৰ্হে হাঠ বহলকৈ এটা গৰ বান্ধি, তাৰেই প্ৰিথিৱি গোটেই ধন জোৰাব পাৰে।





কাউবিবে খেকসিয়াল কথা।

The Fox and the Crow.

এটা কাউবিএ এডোখৰ মঙ্গহ ঠোটিত লৈ গচৰ ডালত পৰি আছিল, এটা খেকসিয়ালে তাকে দেখি, সেই মঙ্গহ ডোখৰ মই কেনেকৈ পাম ইয়াকে চিন্তি কাউবিক কলে বোলে, হেৰা কাউবি, তুমি বৰ চিকন চৰাই, দেখতা আৰু মানুহবোৰক সন্তোস কৰোঁতা, তোমাৰ সৰিলটো কেনে চিকন! পাখিৰ বৰনেই বা কি সুন্দৰ, ইহঁতে তোমাৰ মাতোটো জদি ভালকৈ দিয়া হলে তোমাৰ সমান চিকন প্ৰিথিবিত আন কোনো চৰাই নাই কিয়াই হলহঁতেন। এই কথা সুনি কাউবিএ অতি সন্তোস পাই খেকসিয়ালক আপোনাৰ মাত সুনাবৰ নিমিত্তে মুখ মেলাত, ঠোঁটৰ পৰা মঙ্গহ ডোখৰ মাটিলৈ সৰি পৰিল, তাতে খেকসিয়ালে বেগতে তাক বুটলি খাই আপোনাৰ ঠাইলৈ গুচি গল।

অৰ্থ, জি মানুহে আপোনাক স্তুতি প্ৰসংসা কৰিলে ভাল পাই, তাৰ অৱস্যে হানি হই।

---

এটা কনাৰে এটা খোৰাৰে কথা।

The Blind and the Lame.

এটা কনা এটা খোৰা মানুহ দুয়ো এঠাইলৈ আব লগা হলত কনাই খোৰাত কলে বোলে, তুমি মোৰ কান্ধত উঠি বাট দেখুৱাই জোৱা। পাচে তাকে কৰিলত ভাল কপে গৈ দুয়ো পাব লগা ঠাই পালে।

অৰ্থ, ইটিক সিটে উপকাৰ কৰিলে আটাইৰে লাভ হই।



Almanac for September, 1848.

## চেপ্তেম্বৰ মাহৰ পঞ্জিকা।

খ্ৰিং অং ১৮৪৮। হিন্দু সক ১৭৭০।

| | চেপ্তেম্বৰ | ভাদ | সুৰ্য্যোদয় | সুৰ্য্যাস্ত | চন্দ্ৰ[illegible] | চন্দ্ৰ[illegible] |
|---|---|---|---|---|---|---|
| সুকুৰ | ১ | ১৮ | ৫।৪২ | ৬।১৭ | ৩ | ৮।৫৬ |
| সনি | ২ | ১৯ | ৫।৪৩ | ৬।১৫ | ৪ | ৯।৩১ |
| দেও | ৩ | ২০ | ৫।৪৯ | ৬।১৪ | ৫ | ১০।১০ |
| সোম | ৪ | ২১ | ৫।৪৫ | ৬।১৩ | ৬ | ১০।৫১ |
| মঙ্গল | ৫ | ২২ | ৫।৪৫ | ৬।১২ | ৭ | ১১।৩৪ |
| বুধ | ৬ | ২৩ | ৫।৪৬ | ৬।১১ | ৮ | পুন্না |
| ব্রিহস্পতি | ৭ | ২৪ | ৫।৪৬ | ৬।১০ | ৯ | ০।২০ |
| সুকুৰ | ৮ | ২৫ | ৫।৪৭ | ৬।৯ | ১০ | ১।১০ |
| সনি | ৯ | ২৬ | ৫।৪৭ | ৬।৭ | ১১ | ২।৪ |
| দেও | ১০ | ২৭ | ৫।৪৭ | ৬।৬ | ১২ | ২।৫৯ |
| সোম | ১১ | ২৮ | ৫।৪৮ | ৬।৫ | ১৩ | ৩।৫৭ |
| মঙ্গল | ১২ | ২৯ | ৫।৪৮ | ৬।৪ | ১৪ | চন্দ্ৰোদই |
| বুধ | ১৩ | ৩০ | ৫।৪৯ | ৬।৩ | ১৫ | ৬।৩৫ |
| ব্রিহস্পতি | ১৪ | ৩১ | ৫।৪৯ | ৬।২ | ১৬ | ৭।২০ |
| | | আহিন | | | | |
| সুকুৰ | ১৫ | ১ | ৫।৫০ | ৬।১ | ১৭ | ৮।৫ |
| সনি | ১৬ | ২ | ৫।৫০ | ৬।০ | ১৮ | ৮।৫৩ |
| দেও | ১৭ | ৩ | ৫।৫১ | ৬।৫৯ | ১৯ | ৯।৪২ |
| সোম | ১৮ | ৪ | ৫।৫১ | ৬।৫৭ | ২০ | ১০।৩৭ |
| মঙ্গল | ১৯ | ৫ | ৫।৫২ | ৬।৫৬ | ২১ | ১১।৩২ |
| বুধ | ২০ | ৬ | ৫।৫২ | ৬।৫৫ | ২২ | পুন্না |
| ব্রিহস্পতি | ২১ | ৭ | ৫।৫২ | ৬।৫৪ | ২৩ | ০।২৮ |
| সুকুৰ | ২২ | ৮ | ৫।৫৩ | ৫।৫৩ | ২৪ | ১।২৬ |
| সনি | ২৩ | ৯ | ৫।৩৫ | ৫।৫২ | ২৫ | ২।২৩ |
| দেও | ২৪ | ১০ | ৫।৫৩ | ৫।৫১ | ২৬ | ৩।১৮ |
| সোম | ২৫ | ১১ | ৫।৫৪ | ৫।৫০ | ২৭ | ৪।১৩ |
| মঙ্গল | ২৬ | ১২ | ৫।৫৪ | ৫।৪৯ | ২৮ | ৫।৭ |
| বুধ | ২৭ | ১৩ | ৫।৫৪ | ৫।৪৮ | ০ | চন্দ্ৰাস্ত |
| ব্রিহস্পতি | ২৮ | ১৪ | ৫।৫৫ | ৫।৪৭ | ১ | ৬।৫২ |
| সুকুৰ | ২৯ | ১৫ | ৫।৫৫ | ৫।৪৬ | ২ | ৭।৩১ |
| সনি | ৩০ | ১৬ | ৫।৫৫ | ৫।৪৫ | ৩ | ৮।৭ |

১২ দিনৰ ভাটি ০।৩৬ বজাত পুৰ্নিমা।

২৬ দিনৰ ভাটি ৩।৫৩ বজাত আমাবাস্যা।

---

*The* ORUNODOI, *Printed and Published monthly, at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

ত্ৰিতিয় চোঙা। মো° সিৱসাগৰ, চেপ্তেম্বৰ ১৮৪৮ খ্ৰি° অ° সঁক। নম্বৰ ৯।

VOL. III. SIBSAGOR, ASAM, SEPTEMBER, 1848. No. 9.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

শ্ৰী নাওবৈচা ফুকন তিৰ্থ স্নান কৰি পুনৰ উভতি আহোঁতে পদ্মা গঙ্গাত ৰাতি ডকাইতে ধৰি সেই ফুকনৰ লগৰে শ্ৰী উমাধৱ সৰ্মা নামেৰে এজন ঠাকুৰক ওভোতা কালিৰে খোঁচ মাৰি, আনবিলাকৰ ভৰি হাত ভাঙ্গি নাৱৰ সকলোবোৰ মানুহ পানিত পৰিল। পাচে সকলো বস্তু লুট কৰি নিলে।

২।৩ বচৰৰ আগেয়ে শ্ৰী ধৰ্মেশ্বৰ সৰ্মা বৰুআ নাজিৰ তিৰ্থ স্নান কৰি আহোঁতে, গঙ্গাৰ ভাটি পানিত ৰাতিলৈকে আহি থকাত ডকাইতৰ বৰ নাও দুখনত ৪ টা লেমটেমৰ জুই দেখি, ৰৰলৈ মানুহৰ সঙ্গ জেন জানি তাৰ কিছু মানৰ ওচৰতে নাও লগাই ৰৈ ভাত ৰন্ধাত, মগনিয়াৰৰ দুটা নৱাই আহি ভাত খুজি আনন্দ মনেৰে তেও দি নাচিবলৈ ধৰাত মাজিএ সুধিলে বোলে, তইতৰ কি হৈছে? দেখোঁ বৰ ৰঙ্গ কৰিচইক। তাতে সিইতে কলে বোলে, আজি তইতৰ ইয়াত মঙ্গল ৰবিয়া গান হব, ইয়াকে কলত মাজিএ ডকা দিব জেন এনে আঁটকাল পাই, মাজিএ ৰন্ধা ভাত সিইতক তেনেই ৰাকি দি পঠাই দিলে। পাচে সিইত গলতেই সকলো মানুহৰ ৰন্ধা হোআ ভাত পেলোআই বেগতে নাৱত উঠি মেলি দিলে এনে সময়ত ১০০ মান ডকাইত আহি নাও মেলি জোআ দেখি, সিইতৰ নাৱত উঠি ৰঠা চৰি লই মানে, নাজিৰে ভাটি পানি তাঁৰ ৰঠাৰে ৰাই বেগে জোআতে অনেক পথ খেদাতো ধৰিব নোআৰি ডকাইত উভতি আহিল।°



জি ভাপ জহাজ জুলাইৰ ১৩ দিনত কলিকতা এৰি আহিল, সি ২৬ তাৰিখত গুআহাটি পালেহি। পাচে ২৯ তাৰিখ সনি ৱাৰৰ ৰাতি পুআত অনেক চাহাব লোক উঠি নগাঁৱলৈ জাবৰ নিমিত্তে জাহাজ মেলি দেও ৱাৰত নগাঁও পালেগৈ। তাতে দু দিন মান থাকি উজোআ ভটিওআ কৰি সকলো মানুহক দেখাই বৰ সন্তোস কৰালে। আৰু উজাই জাবৰ নিমিত্তে কলঙৰ ওপৰত জি বৰ দলঙ, তাক ভাঙ্গি ১০।১২ ঠাঁৰৰ বাট উজালে। পাচে বুধ ৱাৰৰ ৰাতি পুআ ৭ বজাত উভতি সেই দিনাই ৫ বজাত গুআহাটি পালেগৈ।

৪ চেপ্তেম্বৰ তাৰিখত গুআহাটি নগৰৰ ভাটি ফালে নিলাচল পৰ্ব্বতৰ দাঁতিত এটা নৱাই গৰু বান্ধি থাকোঁতে, দিনতে এটা বাঘ ওলাই জাঁপ মাৰি ওপৰতে পৰি তাক কামোৰ মাৰি লৈ গল। পাচে অনেক মানুহে গোট খাই, ৰৱকৈ হাই হুই কৰি খেদি গৈ, মাৰি এধা খোআ বস্তা পালে।

লঙ্কা দিপৰ কান্দি নগৰত মাহ চাৰেক্ৰ আগেয়ে ২০ বচৰ বয়সিয়া এজন তেকা মানুহ তালৈ আহি, আপুনি পুৰনি ৰজাৰ বংসৰ বুলি দেসাধিকাৰৰ পৰা কিছু উপকাৰ পাবলৈ নিবেদন কৰিলে। ক্ৰমে পিয়দাৰবিলাক লৈ কান্দিৰ বজা মুদুস্বামি নাম লিখি সিংহৰ নক্চাৰে চাপ্ৰাচ দি



Former Queen of Candy.

ধৰাৰ ভাৱে অনেক মানুহক গোট খুআলত, কোনো বৰ লোক আৰু বোধৰ পোৰোহিতে তাক ৰখা পাতিলে। পাচে প্রজাবিলাকে সাহ পাই, খাজনা নি দিঁও বুলি অহিত চিন্তি, ২৯ জুলাইত অস্ত্র সস্ত্র লৈ গোট খাই কোনো চাহাবক ৰাতি চৌপনিত থাকোঁতে বধ কৰিলে, আৰু কোনোক ধৰি বন্দিয়াৰ কৰি, সিবিলাকৰ ঘৰ লুট কৰিলে। ইয়াকে সুনি সাসন কৰ্তাই সেনা সেনাপতি পঠাই দ্রোহিবিলাকৰ ৮ জনক মাৰি ৪৩ জনক ধৰি আনি কইদত থলে। সেস থকাবিল কে কৰ্নেলা গাঁৱলৈ হুহকি জোআত চিপাহিএ খেদি ৩১ জুলাইত আকও যুধ কৰি অনেকবোৰক মাৰি খুন কৰাত সিইত ভাগি পলাই গল। পাচৰ চিঠিত লিখিছে, সেই মুহুৰামি ধৰা পৰিল।

লঙ্কা দিপৰ কান্দি নগৰত আগৰ কালৰ জি এজনি মহা ৰানি আছিল, তেঁওৰ নক্চা ওপৰত লিখা আছে।

পাবনা গাঁৱৰ ওচৰত থকা জমিদাৰি ভিৰোতা দুজনিএ তাতে থকা নিল কুঁঠিৰ এজন চাহাবে সৈতে মাটিৰ কাজিয়া লাগি, ১০০০ মান মানুহক গোটাই সেই চাহাবৰ সকলো নাও বুৰাই, নিলৰ ৪০।৫০ বোজ পানিত পেলালে। পাচ দিনা তেঁওৰ ঘৰ বেৰি ধৰি এক বৰ্কান্দাজক মাৰিলে, আৰু ৰুপৰ চন্দুক পাই তাৰ পৰা ১৪,০০০ মান ৰুপ নিলে। তেতিয়া সেই চাহাব ঘৰত নাই কিয়াত তেঁওৰ ভিৰোতাই লৰাক লগত লৈ, ওপৰ খোটালিত সোমাই দুআৰ বান্ধি, খিলিকিৰ পৰা বন্দুক দেখাই সিইতক আঁতৰত ৰাখিলে। পাচ দিনা সেই মানুহবিলাকে আন এক কুঁঠি লুবিৰলৈ জোৱা সুনি মাজেষ্টৰ চাহাবে ওলাই সিইতৰ কেতবিলাক ধৰিবলৈ আগ্যা দিয়াত সিইতে দাৰোগাক মাৰিলে, আৰু বৰ্কান্দাজ তিনটাক এধা মৰা কৰিলে।

নাৰায়নপুৰত ১৪ আগষ্ট তাৰিখত কালিমোহন মুকুৰজি নামে দাৰোগাৰ ঘৰত ২৫ ডকাইত ৰাতি আহি সোমাই, ধন কত আছে বুলি সোধাত নো কোআ হেতুকে দাৰোগাৰ গাত জোঁৰেৰে জুই দিলে, আৰু তেঁওৰ মুৰত কাটিএৰে খুঁচি হাত কুঠাৰেৰে টঙনিয়াই মূৰ্চ্ছিত কৰিলে। পাচে ঘৰ লুট কৰি জুই দি পুৰিলে। দাৰোগা ১০ ঘন্টা মান থাকি মৰিল।

মান দেসৰ মলমাইন নগৰৰ ওচৰত নামো গাঁৱত ভাপ কলেৰে পাট কটা ঘৰত জুই লাগি আটাইবোৰ পুৰিলে। তাতে ১,২০,০০০ ৰুপ হানি হল।

খ্রিষ্টবাল নামে সাগৰৰ মাজত এখান মাল্লিত আদি বাসি মানুহে ইংৰাজি পাদুৰি লোক তিনি জনক মাৰি, ৰাখ্যসৰ মতে সিবিলাকৰ মঙহ খালে। এনে হোআতো আনে সৈগ সৈগ মৰম ৰুপে

ধৰম সিকাৰ। হাৱাই উপদিপত আগেয়ে এই দৰ আচিল; এতিয়া খ্রিষ্টিয়া ধৰম ললে।

ত্রাইতন নামে এখন জাহাজ তিমি মাচ মাৰিবলৈ সাগৰত ফুৰি, চিদনাম মাজুলি পালত তাত নিবাসি কেতবোৰে জাহাজত উঠি ৰাতি সুই থাকিল। মাজ নিসাত জাহাজৰ মানুহবিলাকৰ টোপনিত সিইঁতে উঠি কেতবিলাকক মাৰি খুন কৰিলত, সেস থকাবিলাকে সৰু নাও নমাই পেলাই উঠি পলাল। পাচে জাহাজৰ এটা লস্কৰক গুৰি দিবলৈ হুকুম দিলে, তাতে সি মস্তুলত উঠি, সৌটো জাহাজ বুলি বিজিয়াই কলে; পাচে গুৰি ধৰি নাৱত জোআ মানুহবিলাকলৈ পোনাই সিবিলাকক আকও জাহাজত তুলিলে। জাহাজৰ কাপ্তান তাত নাই কিচিল, মাজুলিতে আচিল; পাচে এই কথা সুনি তাৰ পৰা লুকাই গৈ এখন আমেৰিকান জাহাজত উঠি ৰখ্যা পালে।



দ্রুমণ্ড মাজুলিৰ বনুআৰ নকচা।

Drummond's Island Warriors.

ইংলণ্ডৰ ডাক ৭ জুলাইত লণ্ডন নগৰৰ পৰা আহি ৩৬ দিনত কলিকতা পালে, তাৰ পৰা আহি ৩১ আগষ্টত সিৱসাগৰ পালেহি। আগেয়ে লণ্ডনৰ পৰা এইমান বেগে ডাক অহা নাই।

ফ্রাঞ্চ দেসৰ ৰাজ মেলৰ অহিতে দোহিবিলাকে আলচ পাতি, ১৪ জুলাইত জুধ কৰিম বুলি মনে মনে ঠাৱৰ কৰিলে। সেই কাল নৌ ইঁওতেই অধিকাৰবিলাকে পাৰি নগৰত ৰাজ বনুআবোৰক আগৰ দৰে দিনৰ ধন নি দি ঠিকা ৰুপে বন কৰাবলৈ, আৰু কেতবিলাকক নাম কাটি আপোন আপোন ঘৰলৈ পঠাবলৈ আগ্যা কৰিলে। সেই ৰুপে ২২ জুনত ৩০০০ মানৰ নাম কাটি আপোন আপোন গাঁৱলৈ জাবৰ নিমিত্তে বাটৰ খৰচ দি পাঁচিলে। সিইঁতে নগৰৰ বাহিৰে গৈ খোআ বস্তু চাৰাপ আদি কিনি খাই, গধূলি আকও নগৰৰ ভিতৰলৈ আহি আলিবোৰত ফুৰি ফুৰি হাই কৰিবলৈ ধৰিলে। তেতিয়া আলচ কৰি থকা দোহিবিলাকে ইয়াকে দেখি সুভাগ্য মানি, আৰু পলম ন কৰি এতিয়াই বন কৰিম বুলি, বনুআকে আদি কৰি অনেক হেজাৰ মানুহ গোট খুআই, পাচ দিনত জুধ কৰিবলৈ অস্ত্র সস্ত্র বনৰ সামগ্রি তৈয়াৰ কৰিলে। সুকুৰ বাৰে ২৩ জুলাইত আলি বাট ভেঁটি জুধৰ আৰম্ভন হল। তাতে অনেক মানুহ মৰিলত ৰাজ মন্ত্রিবিলাকে জেনৰল কাবেনাক প্রধান সেনাপতিক সকলোৰে অধিকাৰ বাবে পাতি, ইচা মতে নগৰ ৰাখিবলৈ দিলে। আৰু ৰাজ মেলুআই ৪০।৫০ জন মানে মানুহৰ মাজলৈ ওলাই মিনতি কৰি বন ভাঙ্গিবলৈ জতন কৰিলে, সিবিলাকৰ কোনো গুলিওআত মৰিল, কোনোবিলাক খুন হল। সনি বাৰৰ ৰাতি পুআত মানুহ উঠি নগৰ থনৰে আলি ভেঁটি ধৰা দেখিলে, আৰু দোহিবিলাকৰ লগত ১,০০,০০০ এক লাখ মান মানুহ আচিল। জেনৰল কাবেনাকে তাক দেখি বৰ টোপ আৰু বম গোলা আনি, ভেঁটি ধৰা নেৰইক জদি, দুপৰ বেলিত বৰ টোপেৰে বম গোলাৰে গুলিয়াই মাৰিম, ইয়াক নগৰ থনত বিজিয়াই কোআলে। দোহিবোৰে সেই কথা নু সুনাত দুপৰৰে পৰা গুলিয়াই বহু মানুহ মাৰিলে। ৰাজ সেনাবিলাকো ভালেমান মৰিল; তিনি চাৰি জন প্রধান

সেনাপতি খুন হল; লামাৰ্ত্তিন আৰু পিএৰ বনা-পাৰ্ত্ত উঠি থকা ঘোঁৰা গুলিওআত মাৰিল।

২৫ তাৰিখ দেও বাৰত ৰাজ সেনাৰ কেন্ত-বিলাকে শত্ৰুৰ কালে মন কৰি ৰন ন কৰাত জে-নৰল কাবেনাকে সিইতৰ যুদ্ধ বিচাৰ কৰিবলৈ সিইতৰ ওপৰত সোধাক পাতি থলে। আৰু নগ-ৰৰ জি সমাচাৰ পত্ৰ দ্ৰোহিৰ ফলিয়া হৈছিল, এনে দহোটা পত্ৰ চাপা কৰা মানুহক ভুলাপাত আ-থৰে সৈতে ধৰি সেই চাপা খানা বন্ধ কৰিলে। পাচে পান্তিয়ন নামে এক মন্দিৰত দ্ৰোহিএ আ-শ্ৰই লোআত তাৰ কাৰ্হি লওতে ১০০ সেনা মৰিল। তাৰ ভিতৰত দ্ৰোহিবোৰে অনেক মানু-হৰ নাক কান, হাত ভৰি কটা, পেটৰ ভুঁৰু উলি-ওআ, আৰু সাল মৰাকো পালে, সিইত এইমান জুৰু আছিল। পাচে লাজাৰ নামে এক কোঁঠত ৩০০।৪০০ মানুহ সোমাই সহ বিস্তাৰ পৰা সেনাক গুলিওআত তাক কাৰ্হি লওতে এহেজাৰ সেনা মৰিল; পাচে কোঁঠত থকা দ্ৰোহিবোৰক সা-মলেলে কাটিলে। সেই দিনত ৰুমিয়া ৰাজ গুৰুএ ৰন ভাঙ্গিবলৈ ওলাই এটা ভেঁটিত উঠি মানুহকে বহু মিনতি কৰিলত কিছু বেলি যুধ এৰি ৰল; কিন্তু পাচে গুলিয়াৰবৈল ধৰি গুৰুৰ গাত্তো গুলি পৰি মৰিল। আন ঠাইত ১৫০০ দ্ৰোহিৰ বন্দিয়াৰকৈ বাটত নিওতে কেন্তবিলাক সেনাই দেখিএই ৰৰ খঙ হৈ গুলিয়াই একে বেলিতে ১০০ মাৰিলে। সেই ৰূপে দেও আৰু সোম বাৰে যুধ কৰি সকলো দ্ৰোহিয়াক পৰাজই কৰি, মঙ্গল বাৰত নগৰৰ অধিকাৰে ৰন হল বুলি সক-লো মানুহক আগৰ ক্ৰমে ওলাই আপোন আ-পোন কাম চলাবলৈ হুকুম দিলে। সেই ৰনত ৩।৪ হেজাৰ মানুহ মৰিল, ৬০০০ মান খুন হল; কোনো কোনোএ বোলে, দহ হেজাৰ মৰিল খুন হোআ কুৰি হেজাৰ। ধৰা পৰাত কইদত থোআ ৮ হেজাৰতকৈ অধিক; সিইতক সোধ পোচ কৰি জি জি দুসি হই, তাক দেসান্তৰ কৰিবলৈ ৰাজ মেলে কানন চলাইছে। আৰু জেনৰল কাবেনাৰ সেনাপতিক দেসাধিকাৰ পাতি থলে।

ইতালি দেসৰ গৈত্তো নগৰত ৩০ মেই তাৰি-খত ১৫,০০০ ইতালিয়া সেনাই অস্ত্ৰিয়াৰ ৩০ হেজাৰক যুধ কৰি পৰাজই কৰিলে; কিন্তু পাচে অস্ত্ৰিয়াৰ সেনাপতিএ বিনচেন্সা নগৰ যুধ কৰি ললে; তাৰ পৰা গৈ বিৰোনা নগৰকো ললে।

৩১ মেই তাৰিখ প্ৰুচিয়া দেসৰ বৰ্লিন নগ-ৰৰ হিলৈ ঘৰৰ পৰা অধিকাৰবিলাকে বন্দুক



Mexican Warrior with Cuirass and Buckler.



Mexican Warrior with Net.

আগৰ কালৰ মেক্সিকোৰ অস্ত্ৰ শস্ত্ৰ আৰু জাল ধৰা মনুষ্যৰ নক্সা।

লৈ যুধন মাৰুত ভৰাই আন ঠাইলৈ লুকাই নিওন্তে, নগৰৰ প্ৰজাবিলাকে বুজ পাই নাও ধৰি বন্দুক উলিয়াই আকও ৰাখি থলে। পাচে ৪ জুনত বলত্‌কাৰে সেই ঘৰৰ পৰা ছিলৈ উলিয়াই হাতত লৈ নগৰৰ আলিত অহা জোআ কৰি ফুৰিবলৈ ধৰি আগ্যা ন মনা হল।

প্ৰুচিয়াৰ এক পল্‌টন সেনাই পোচেন প্ৰদেশত জাঁওন্তে সেনাপতিএ জিৰাবলৈ নি দিয়াকৈ বৰ বদ হোআ দিনটো বাটত চলাই নিওন্তে ১৮ জন মানুহ দুখ পাই পৰি মৰিল। বৰ্লিন ৰাজ নগৰত এই কথা সুনি প্ৰজাবিলাকে বৰ হুৰা মুৰা কৰিচে।

আমেৰিকা মিল দেস আৰু মেক্‌চিকো এই দুই দেসে ৰন এৰি মিল হল। আমেৰিকাই জি এতোখৰ মেক্‌চিকোৰ দেস লৈচিল, তাক ৰাখি তাৰ নিমিন্তে ৩,০০,০০,০০০ টকা ধন দিবলৈ কবুল কৰিলে। আৰু সেই ৰনত আমেৰিকাৰ খৰচ ২৪,০০,০০,০০০ চৌবিচ কোটি টকা হৈচে।

ইস্পানিয়া মানুহে মেক্‌চিকোৰ আদিবাসিএ সৈতে ৰন কৰি নগৰ ললত, তাতে অনেক নক্‌চা পালে। তাৰ মাজত মন্তেজুমা নামে মহা ৰজাৰ জি নক্‌চা আচিল, তাক আৰু অন্ত্ৰ সস্ত্ৰে সৈতে দুটা ৰনুআৰ নকচাও তলত লিখিচোঁ। ॥



Mexican Emperor Montezuma in his Court Dress.



## মৌমাখিৰ বিৱৰন।

The Bee.

মৌমাখিৰ ৰেৱহাৰ আৰু গুনৰ আচৰিত কথা সুনি সকলোৰে বিস্মই লাগে, আৰু সুনোঁতাক সন্তোস কৰাই তাক অৰলো বিবেচনা কৰা উচিত। ইউৰপৰ আৰু আমেৰিকাৰ লোকবিলাকে মৌএ বাহ লবলৈ কাঠৰ পেৰা সাজি সাজি দিএ, তাতে মৌ গুটিএ বাহ লই। আৰু বাৰিত ভাল অতি উত্তম জাতৰ ফুল কই দিএ, সেই ফুলৰে ৰস খাই পোহনিয়া মৌ সদাই থাকে। হাবিৰ মৌতকৈ সেই পোহনিয়া মৌৰ ৰস অতি ভাল। কেতবোৰ মানুহে তাৰে ৰেহা কৰি অনেক লাভ উলিয়াই।

মৌমাখিৰ বাহ সুন্দৰ নগৰৰ নিচিনা, তাত পোন্ধৰ হেজাৰকে আদি কৰি অঠৰ হেজাৰলৈকে মৌমাখি থাকে। সেই নগৰৰ সকলোৰে ওপৰত এজনি ৰানি অধিকাৰ হৈ থাকে, আৰু তাৰ প্ৰজা অৰ্থাত মৌমাখি কেতবোৰে কৰম কৰে, কেতবোৰে ন কৰে। সিহঁতৰ আহাৰ সাঁচি থবলৈ আৰু আপোনাৰ পোআলি প্ৰতিপাল কৰি ৰাখিবলৈ খোঁটালিএ পতি সুন্দৰ বাট আচে ওলাওঁন্তে সোমাওন্তে ইটো মৌমাখিৰ গাত্তো সিটোৰ গা নে লাগে।

ৰানিক আনবোৰ মৌমাখিতকৈ আপোনাৰ গাটৰ কাৰনেই চিনিব পাৰি। আনবোৰ মৌমাখি প্ৰজাৰ নিচিনা ৰানিৰ সেৱক, আৰু জি ঠাইলৈ তেঁও জাই সেই ঠাইতে সকলোবোৰ গোট খাই, আৰু ৰানিৰ সুদ অতি সৰু, কিন্তু ইবোৰ প্ৰজাতকৈ গাটো কোমল। জেতিয়া অতিসই বেজাৰ পাই নাইবা ৰানি হোআৰ কাৰনে দুখ লাগে, তেতিয়াহে সুদ উলিয়াই। এজনি ৰানিৰ

বাহিৰে বাহত আৰু ৰানি থাকিব নোৱাৰে, আৰু যেই বাঁখিএই জিকে সেই ৰানিএই সেই বাহত থাকে। ৰানি নো হোৱাকৈ মৌমাখি কেতিয়াও থাকিব নোৱাৰে, কিয়নো সেই ৰানিএ অকলৈ সেই বাহৰ মৌ গুটিবোৰ ওপজাই, এই কাৰন ৰানিলৈ সিইঁতৰ কিমান ভক্তি আৰু কিমান চেনেহ তাতে বুজা হই।

ৰানি যেতিয়া কেনেবাকৈ মৰে তেতিয়াই মৌমাখিবোৰে আপোনাৰ সকলো কৰম এৰি বাহত যি সাঁচতিয়াৰ মৌ থাকে তাকো খাই পেলাই। আৰু অসময়ত যেতিয়া আন মৌমাখিবোৰ সুই থাকে, তেতিয়া আপোনাৰ বাহৰ আটাইবোৰে আন বাহৰ চাৰিও কালে ফুৰেগৈ। জদি সিইঁতে বেগাতে আন ৰানি নে পাই তেতিয়া সোকতে মৰে। আৰু সিইঁতে সোকেৰে অতিসই ৰুপে গুন গুন সবদ কৰি ৰানি মৰা কথা সকলোকে জনাই। যেতিয়া ন ৰানি পাই তেতিয়া মৰাৰ পৰা জিয়াৰ নিচিনা হই। আৰু বাহৰ মাজত ৰৰ আনন্দ মনেৰে সুম কৰি ৰন কৰে। ৰানি পালে সিইঁতৰ বল হই। ৰানিৰ পৰা সিইঁতৰ মাজত মান্য বাৰ্হে।

ৰানিৰ পেটৰ মাজত দেখা হই জে ৰানিএ অনেক হেজাৰ কনি পাৰে। লেখি জনা হৈচে পেটৰ মাজত পাঁচ হেজাৰ কনি একে বাৰেই থাকে, এই কাৰন দুই মাহৰ মাজতে দহ বাৰ হেজাৰ বাইবা তাতকৈয়ো অধিক পোৱালি জগাব পাৰে।

কাম ন কৰা অৰ্থাত বাহ ন সজা মৌ ননা এবিধ মৌ গুটিবোৰ বাহত থাকে, সেইবোৰ ৰানিতকৈ সৰু, কাম কৰা মৌ গুটিতকৈ ডাঙৰ, আৰু সিইঁতে উৰোঁতে ৰৰকৈ গুঁজৰি জাই, সিইঁতে নিতৌ এঘাৰ বজাৰ আগ তোৰত বাহিৰলৈ নে জাই, আৰু আঠি বেলা চই বজাৰ পাচত বাহিৰত নে থাকে। কিন্তু সিইঁতে কৈ ফুৰে কোনো কামৰ নিমিত্তে ন হই, সিইঁতৰ সুলো নাই, আৰু সিইঁতৰ সৰিল, মৌ, মৌসিটা, এইবোৰ কৰিবলৈ সুজা ন হই। সিইঁতে কোনো কাম কৰাৰ আৱস্যকো নাই, কেৱল সিইঁতে ফুলৰ ওপৰে ওপৰে পৰি খেমালিকৈ ফুৰি সময় ইয়া পুৰ কৰে। আৰু সিইঁতৰ অতিলাসৰ দৰেৰেহে কাম কৰিবলৈ বাঞ্চাও সদাই। ৰানিএ জি কনি পাৰি ওপজালে সিইঁতৰ কৰমৰ পৰা তাত সোকহে মাত্ৰ। জেতিয়ালৈকে সিইঁত থাকিব লগিয়া তেতিয়ালৈকে সিইঁতক জিৱনৰ সুখ ভোগ কৰিব দিএ। জেতিয়া বাহত সিইঁত থকাৰ কোনো সকাম নে থাকে তেতিয়া কাম কৰাবোৰ মৌ গুটিএ সিইঁতক মাৰি পেলাই। আৰু সেই সুখত কেৱল সিইঁতহে মৰে এনে ন হই, কিন্তু সিইঁতৰ লগতে ইইঁতৰ কনি পোকো অনেক নষ্ট হই। কিয়নো নাস কেৱল জিয়া মৌ গুটিৰ ওপৰতেহে পৰে এনে ন হই, কিন্তু জিৱন নাই কিয়া কনিৰ ওপৰতো পৰে; এই কাৰন বাহৰ পৰা কনি পোকবিলাক নিলগ কৰে। মৌ গুটিবোৰৰ পোৱালি জগিবৰ দিন গলে আৰু কালিৰ নিমিত্তে আপোনাৰ ভঁৰাল পুৰ কৰিবৰ দিন হলে মৌৰ কাৰনে ঠাই কৰিবৰ নিমিত্তে কাম ন কৰা মৌ গুটিবোৰ উতখাত কৰে সিইঁতৰ চিনো নে থাকে।

এই মৌ মাখিৰ বাহৰ মাজত প্ৰাই সকলো কাম কৰা মৌ গুটি। বাহ বধা আৰু মৌ মৌসিটা গোটোৱা, আৰু বাহ, বাহৰ খোঁটালিবোৰ সজা, পোৱালিবোৰ প্ৰতিপাল কৰা আৰু আন কাজবিলাকক খেদোৱা সিইঁতৰ এই ৰন। মৌ গুটিবোৰৰ দুটা পেট থাকে, তাৰে এটাত সাঁচতিয়াৰ মৌ থাকে, সিটত মৌ সিটা থাকে। এবাহৰ মৌ গুটিএ আন বাহৰ মৌ গুটিএ সৈতে কেতিয়াবা কেতিয়াবা ৰৰ জুধ লাগে। ৰনত সিইঁতৰ সুল মাথোন অস্ত্ৰ সস্ত্ৰ। সেই জুধত জদি কোনোটো মৌ গুটিৰ সুল সক্ৰ মৌ গুটিৰ গাত সোমাই লাগি থাকে তেতিয়া সি জিকাটো মিচা হই, কিয়নো দুয়ো তেতিয়াই মৰে। জেতিয়া দু বাহৰ মৌ গুটিএ ৰন কৰে তেতিয়া সেই ৰন ৰৰ ডাঙৰ হই। আৰু দুয়ো কালৰ অনেক মৌগুটি মৰে, সেই ৰনত কেতিয়াবা কেতিয়াবা এজনি ৰানিও মৰে, পাচে ৰানি মৰাটো জানিলেই দুয়ো বাহৰ মৌ গুটিএ ৰন এৰি মিল হই, আৰু একে বাকো হই। জিবোৰ হাৰে সেইবোৰে জিকাবোৰে সৈতে মিলে, আৰু ন মিতিৰে সৈতে নিতৌ নিতৌ আপোনাৰ আগৰ পুৰনি ঘৰ লুৰি লৈ লৈ

আইহি। জেতিয়া মৌ গুটিবোৰে বাহৰ মাজত ৰন কৰিবলৈ ধৰে তেতিয়া সিঁহতে চাৰি ভাগ হই। এভাগে মৌ ৰস মৌ সিটা বিচাৰি জাই। দুতিয় ভাগে আপোনাৰ ঘৰ দুআৰ যুগুত কৰে। ত্ৰিতিয় ভাগে ঘৰৰ ভিতৰখন চিকন সমান কৰে। চতুৰ্থ ভাগে খোৱা বস্তু বিচাৰে গৈ। আৰু কিবোৰে বাহিৰৰ পৰা টোপোলা আনে তাৰ পৰা সেই টোপোলা সলাই লই। আৰু সিঁহতে মন দি ৰন কৰে জে দিনটৰ ভিতৰতেই এখোঁটালিৰ ওপৰত আৰু এখোঁটালি সাজি এহেজাৰ মৌ গুটি থাকিবলৈ জোৱাই ঘৰ যুগুত কৰিব পাৰে।

সিঁহতে খোঁটালিবোৰ সজাত অতি আচৰিত গিয়ান হই, আৰু সিঁহতে কি ৰূপে আপোনাৰ মাজত দস্তুৰ মতেৰে কৰম কৰে তাক অনুভৱ কৰাই বৰ টান, কিয়নো সেই বাহৰ মাজত ওলোৱা সোমোৱা কৰা থকা অত মৌ গুটি থাকে, তথাপি সিঁহতে ইমান বেগাই আপোন আপোন কৰম কৰে, তাক দেখি মানুহবেই তু হেৰোৱাৰ নিচিনা গিয়ান হই। আৰু সিঁহতে অতি সুমেৰে কাম কৰে। সিঁহতৰ ঘৰ চিকোনাওতে জি বিন্দু বিন্দু মৌ সিটা ওলাই তাক বাহিৰ ডলিয়াই পেলাওতে জি বেলি হই সিঁহতৰ সেই ক্ষেৰি বেলিতেহে কাম খতি দেখা হই। কিন্তু সেই পেলোৱা খনি মৌ সিটাও নষ্ট ন হই কিয়নো আন মৌ গুটিএ সেই মৌ সিটা নি আন কামত লগাই নি। জিবোৰ বেয়া ৰস সিঁহতে ফুলৰ পৰা বাহলৈ আনে তাক সিঁহতে লাহে লাহে খাই পেলাই। কেতিয়াবা কেতিয়াবা তিনি চাৰি মৌমাখি আহি সেই ভাৰ বোৱা মৌমাখিৰ মৌ খাই তাৰ ভাৰ পাতল কৰি দিএ। জেতিয়া সিঁহতে ফুলৰ জি বস্তু ৰস খাই সেয়ে পেটত জিন হৈ চিকন মৌ সিটা হই, সেই মৌ সিটাকে বাহিৰ কৰি তাৰেই ঘৰ সাজে। সিঁহতৰ ডঙোন দুটা, এটা জাৰ কালিলৈ আহাৰ থোৱাৰ কাৰনে, এটা বৰধুনৰ দিন ঘৰৰ খোঁটালিৰ ভিতৰত কাম কৰা মৌ গুটিলৈ আহাৰ থোৱাৰ নিমিত্তে।

মৌ গুটিবিলাকৰ ৰানি বাহৰ সকলোতকৈ সুপুত সইত থাকে। জেতিয়া ৰানি বাহিৰলৈ জাই তেতিয়া দহ বাৰেটা মৌ গুটি তেঁওৰ লগত জাই, আৰু ৰানি জলৈকে জাই সিঁহতো বাহিৰ মতে ৰানিৰ লগে লগে জাই, আৰু জেতিয়া ৰানিৰ খোঁটালিলৈ কনি পাৰিবৰ নিমিত্তে আহে তেতিয়াহে দেখা জাই।

ৰানিএ প্ৰতি খোঁটালিএ এটা এটা কনি পাৰে, আৰু জেতিয়ালৈকে আটাইখনি কনি পাৰি নেঁটাই মানে তেতিয়ালৈকে এটা এটা কৈ কনিবোৰ পাৰি সকলো খোঁটালিএ খোঁটালিএ ভৰি থই, আৰু সেই কনি অনেক হেজাৰ হই। আৰু তঁও কোনো খোঁটালিত যদি দুটাকৈ কনি পাৰে তেতিয়া কাম কৰা মৌ গুটিবোৰে তাৰে এটা নি-কনি নাইকিয়া আন খোঁটালিত থইনি। কিয়নো খোঁটালিটিত এটা কনিতকৈ সৰহ থাকিব নিদিএ। পাচে সেই কনি বিভিন দৰে লাহে লাহে ডাঙৰ হৈ মৌমাখি হই, আৰু জেতিয়া বগ হৈ পুৰ হই তেতিয়া মৌ গুটিবোৰে আহি তাৰ চাৰিও কালে বেৰি সি জনম হোৱাৰ কাৰণে অনেক বৰ আনন্দ কৰে; আৰু আপোনাৰ আপোনাৰ মুখৰ পৰা তাক মৌ দিএ। পাচে সেই খোঁটালিটো ডঙোৱা হলে ৰানিএ আকও তাতে এটা কনি পাৰে। কেতিয়াবা কেতিয়াবা একে খোঁটালিৰ ভিতৰতে তিনি মাহৰ মাজত পাচোটা মৌ গুটিৰ পোৱালি ওপজে।

জেতিয়া পোৱালি মৌ গুটিএৰে বাহ বৰকৈ পুৰ হই তেতিয়া মৌ গুটিবোৰৰ এভাগে আপোনাৰ কাৰনে বকৈ এক ঠাই চাই লই গৈ, আৰু জুৰবানিৰ মাজৰ সিঁহতৰ আপোনাৰ মনৰ ইচাৰ মতে ভাল এজনি ৰানি বাচি লই। আৰু মৌ গুটিবোৰে আপোনাৰ ন ঘৰত সোমাই তেতিয়া সিঁহতে একেহে মন দি ৰন কৰে জে দিনলে এহাত ঘৰ চৌবিচ ঘণ্টাৰ ভিতৰত সাজি এটাই। সিঁহতৰ থকা ঠাই থিৰ হলে একনি ৰানি ৰাখি এহেলৈ জিবোৰ ৰানি থাকে সেই আটাইবোৰ মাৰি পেলাই। তাতে সিঁহতৰ মাজত [illegible] যুধ হই আৰু অনেক মৌ গুটিও মৰে। আৰু পোক পৰুৱা সোমাব নোৱাৰাকৈ মৌ সিটা দি সৰু সৰু বিন্ধাবোৰ মাৰি পেলাই। যদি কোনো ডাঙৰ পোক কেনেবাকৈ সোমাই সিঁহতৰ বাসেৰে বিন্ধি মাৰি পেলাই আৰু সেই ডাঙৰ পো-

কৰ গাৰ গোলা গন্ধ গুচিবলৈ মৌ সিটাৰে তাৰ গোটেই গা চাকি চাই পেলাই।

কাম ন কৰা মৌ গুটিবোৰ অলপ দিনহে জিএ। কিয়নো সিহঁতক নিৰ্দ্দয়া ৰূপে বধ কৰা হই। কাম কৰাবোৰ মৌ গুটিৰ জিয়নৰ ঠিক নাই, কোনোএ বোলে সিহঁত বচৰি বচৰি মৰে; কোনো কোনোএ বোলে সিহঁত অনেক বচৰ জিএ।

তলৰ নকচাত এক দুষ্ট লৰাই এক বাগিচাত মৌ চুৰ কৰিবলৈ সোমাইচিল, কিন্তু মৌমাখি খকা পেৰা কেনেবাকৈ ওলোটাই পেলাই মৌ গুটিবোৰে তাক খেদিবলৈ ওলাইচে।



---

## কাউৰিৰে মেৰ চাগলিৰে কথা।

The Crow and the Sheep.

এক হাবিত এটা মেৰ চাগলি চৰিচিল, তাতে এটা কাউৰি আহিঁ তাৰ পিঠিত পৰি খুটিয়াব ধৰিলে। চাগলিএ দুখ পাই কাউৰিক বুলিলে, বোলে, হেৰ দুৰ্জ্জন কাউৰি, মই কাকো একো হিংসা খিয়াল ন কৰোঁ আৰু তোৰো মই একো বেয়া কৰা নাই; দুৰ্জ্জন, খাবলৈ নে পোআ, কিয় তই মোক দুখ দিয়? কাউৰিএ কলে, বোলে, মই এই মতে সকলো চাই চেঁকিয়া জন্তুৰ ওপৰত উঠি ফুৰোঁ। চাগলিএ বোলে, তই আন জন্তুৰ ওপৰত উঠিব পাৰিবি হই, কিন্তু কুকুৰৰ ওপৰত উঠিবলৈ তোৰ ইমান সাহ নাই। কাউৰিএ বোলে, মই চাই চাই নিৰ্ব্বলিৰ আগত হলে দুৰ্জ্জনালি কৰোঁ, বলৱন্তৰ আগত হলে নম্ৰ হও।

অৰ্থ, দুৰ্জ্জন সকল মানুহবিলাকৰ ৰিতি এই যে সহনিয় মানুহবিলাকক পাৰে মানে উপদ্ৰৱ কৰে কিন্তু বলৱন্তৰ ওচৰলৈ হলে নে জাএই।

Almanac for October, 1848.

## অক্তোবৰ মাহৰ পঞ্জিকা।

খ্রিং অং ১৮৪৮। হিন্দু সক ১৭৭০।

| | অক্তোবৰ | আহিন | সূৰ্য্যোদয় | সূৰ্য্যাস্ত | চন্দ্ৰ | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| দেও | ১ | ১৭ | ৫।৫৬ | ৫।৪৩ | ৪ | ৮।৫১ |
| সোম | ২ | ১৮ | ৫।৫৬ | ৫।৪২ | ৫ | ৯।৩০ |
| মঙ্গল | ৩ | ১৯ | ৫।৫৭ | ৫।৪১ | ৬ | ১০।১৫ |
| বুধ | ৪ | ২০ | ৫।৫৭ | ৫।৪০ | ৭ | ১১।১ |
| ব্রিহস্পতি | ৫ | ২১ | ৫।৫৮ | ৫।৩৯ | ৮ | ১১।৫১ |
| সুকুৰ | ৬ | ২২ | ৫।৫৮ | ৫।৩৮ | ৯ | পুআ |
| সনি | ৭ | ২৩ | ৫।৫৯ | ৫।৩৭ | ১০ | ০।৪৪ |
| দেও | ৮ | ২৪ | ৫।৫৯ | ৫।৩৬ | ১১ | ১।৪২ |
| সোম | ৯ | ২৫ | ৬।০ | ৫।৩৫ | ১২ | ২।৩৯ |
| মঙ্গল | ১০ | ২৬ | ৬।০ | ৫।৩৪ | ১৩ | ৩।৪০ |
| বুধ | ১১ | ২৭ | ৬।১ | ৫।৩৩ | ১৪ | চন্দ্ৰোদই |
| ব্রিহস্পতি | ১২ | ২৮ | ৬।২ | ৫।৩১ | ১৫ | ৫।৫৫ |
| সুকুৰ | ১৩ | ২৯ | ৬।২ | ৫।৩০ | ১৬ | ৬।৪৩ |
| সনি | ১৪ | ৩০ | ৬।৩ | ৫।২৯ | ১৭ | ৭।৩৪ |
| দেও | ১৫ | ৩১ | ৬।৪ | ৫।২৮ | ১৮ | ৮।২৮. |
| | | কাতি | | | | |
| সোম | ১৬ | ১ | ৬।৪ | ৫।২৭ | ১৯ | ৯।২৪ |
| মঙ্গল | ১৭ | ২ | ৬।৫ | ৫।২৬ | ২০ | ১০।২২ |
| বুধ | ১৮ | ৩ | ৬।৫ | ৫।২৫ | ২১ | ১১।১০ |
| ব্রিহস্পতি | ১৯ | ৪ | ৬।৬ | ৫।২৪ | ২২ | পুআ |
| সুকুৰ | ২০ | ৫ | ৬।৬ | ৫।২৩ | ২৩ | ০।১৮ |
| সনি | ২১ | ৬ | ৬।৭ | ৫।২২ | ২৪ | ১।১৪ |
| দেও | ২২ | ৭ | ৬।৭ | ৫।২২ | ২৫ | ২।১০ |
| সোম | ২৩ | ৮ | ৬।৮ | ৫।২১ | ২৬ | ৩।৩ |
| মঙ্গল | ২৪ | ৯ | ৬।৯ | ৫।২০ | ২৭ | ৩।৫৫ |
| বুধ | ২৫ | ১০ | ৬।৯ | ৫।১৯ | ২৮ | ৪।৪৫ |
| ব্রিহস্পতি | ২৬ | ১১ | ৬।১০ | ৫।১৮ | ২৯ | চন্দ্ৰাস্ত |
| সুকুৰ | ২৭ | ১২ | ৬।১১ | ৫।১৭ | ০ | ৬।৭ |
| সনি | ২৮ | ১৩ | ৬।১১ | ৫।১৭ | ১ | ৬।৪৫ |
| দেও | ২৯ | ১৪ | ৬।১২ | ৫।১৬ | ২ | ৭।২৫ |
| সোম | ৩০ | ১৫ | ৬।১৩ | ৫।১৬ | ৩ | ৮।৮ |
| মঙ্গল | ৩১ | ১৬ | ৬।১৩ | ৫।১৫ | ৪ | ৮।৫৬ |

১২ দিনৰ ৰাতি ১০। ১৬ বজাত পুৰ্নিমা।

২৭ দিনৰ পুআ ৯।৪ বজাত আমাবাস্যা।

*The* ORUNODOI, *Printed and Published monthly, at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

ত্ৰিতিয় চোঙা। মো° সিবসাগৰ, অক্তোবৰ ১৮৪৮ খ্রি অ° সঁক। নম্বৰ ১০।

VOL. III. SIBSAGOR, ASAM, OCTOBER, 1848. No. 10

## অনেক দেসৰ সম্বাদ।

General Intelligence.

পুৰন্দৰ সিংহ ৰজাৰ বৰ ৰানি গুআহাটিৰ পৰা উজাই আহোঁতে মুনিচন্দ্ৰ ব্ৰাহ্মনে আগ বাহিঁ গৈ আপোনাৰ নাৱত তুলি আনি, ৰানি অলপ বেমাৰ হোআত দৰব খুআঁও বুলি বিসম দৰব খুআই মাৰিলে। পাচে ধৰা পৰিলত ধনৰ লোভত মাৰিলে বুলি জানি, বিচাৰ কৰ্ত্তা সকলে জনম ভৰ কাটকত দিলে।

ক্লাইদ নগৰৰ পৰা বেলাইল নামে এখান জাহাজ কলিকতালৈ আহোঁতে ওচৰ পাইহি, ১৩ চেপ্তেম্বৰত উজনিৰ প্ৰদিপ দল দেখি, তাক নিচিনি ভাটিৰ দল বুলি ভুল হৈ, পাল তৰি গৈ থাকোঁতে ৰাতিৰ ১০ বজাত বালি চটত লাগি বল। জাহাজ ভাগি পানি সোমাই পুৰ হলত সকলোবোৰে সৰু নাও তিনি খন নমাই তাতে উঠি গল। কিন্তু তাৰে এখান চৌত বুৰি জাহাজৰ কাপ্তান আৰু মিস্ত্ৰি, এই দুজন মৰিল।

কান্দি নগৰত ৰোধৰ জি পোৰোহিতে মিচা ৰজা পাতি দ্ৰোহ কৰিচিলে, সি ধৰা পৰাত পোৰোহিতৰ হালধিয়া কাপৰেৰে থকাতে অধিকাৰৰ আগ্যাৰে বাহিৰলৈ আনি গুলিয়াই মাৰিলে।

মুলতানৰ ৰজাই দ্ৰোহ পাতি আপোনাৰ নগৰত বহু সেনা গোটা খুআলত জেনৰল হুইসা নামে কম্পানিৰ সেনাপতিএ ৯ আৰু ১২ চেপ্তেম্বৰৰ তাৰিখত তাৰে সৈতে জুধ কৰি বাহিৰৰ কোঁঠ কাঢ়ি ললে, ভিতৰৰ কোঁঠ লবলৈ মানুহ আদি নু জুৰিলত ৰৈ আচে। সেই জুধত মুলতানৰ সেনা বহু মৰিল; কম্পানিৰ সেনাও ১০০ মান মৰিল।

মিচৰ দেসৰ চিকন্দৰিয়া নগৰত মাউৰ লাগি বহু মানুহ মৰিল। লণ্ডন নগৰকো পাই মানুহৰ মাজত লাগিচেগৈ।

আয়ৰলণ্ডৰ কোনো কোনো মানুহে আপোনাৰ দেসক স্বতন্ত্ৰ কৰিবৰ আসয়েৰে মিচিল, মিগৰ, ওব্ৰায়ন, এই তিনি জনক আদি কৰি অনেক লোকে মহা ৰানিৰ অহিতে ৰন কৰিবৰ নিমিত্তে আলচ পাতি অস্ত্ৰ সস্ত্ৰ গোটাবলৈ ধৰিলে। তাতে অধিকাৰে মিচিলক ধৰি দেসান্তৰ কৰি ১৪ বচৰলৈকে বৰ্ম্মুদা মাজুলিলৈ পঠাই কইদত ৰাখি থলে। পাচে ২৯ জুলাইত ওব্ৰায়নে এহেজাৰ মান মানুহে সৈতে পোলিচৰ পিয়দা আহিঁ কুৰিৰ লগ পাই ৰন কৰিবলৈ ধৰাত, সিইতে ওচৰত থকা ইটাৰ ঘৰৰ ভিতৰত সোমাই দুআৰ মাৰি, ঘৰ বেৰি থকা দ্ৰোহিয়াবোৰক মুকুন্ধাই দি গুলিয়াবলৈ ধৰিলে। তাতে ৭।৮ জন মৰিলত সকলো ভাগি গল; ওব্ৰায়নেও ঘোঁৰাত উঠি পলাল, কিন্তু পাচে ধৰা পৰিল। সেই দ্ৰোহিয়াবোৰৰ নিমিত্তে এক জাহাজৰ কাপ্তানে খাৰৰ পিপাৰে জাহাজ ভৰাই আনি আয়ৰলণ্ডৰ এখন নগৰ পালত খানাৰ লোকে সোধ পোচ কৰাত পিঠাগুৰি বেচিবলৈ আনিচোঁ বুলি কলে। পাচে তলৰ পৰা পিপা গোটা চাৰেক তুলি ভাঙ্গি চাই দেখিলে, সকলো খাৰ।

আয়ৰলণ্ডৰ কৰ্ক জিলাত এক ৰুমিয়া পাদুৰিএ খ্ৰিষ্টিয়ান ধৰম পুথি ২২ খন পাই আপোনাৰ সিস্যবোৰক চপাই আনি, সিইতক আগত পুথি আটাই বিলাক জুইৰে পুৰি পেলালে। সিইতেও বৰ ৰঙ্গ পাই মৰিয়াই মাৰোঁ বুলি কৈ,

টাঙ্গোন লাঠিএৰে খুন্দি চাই কৰি দলিয়াই পেলালে। এই ৰূপে লাত্ৰ পুৰি ভাল কৰম কৰিলোঁ বুলি জানি, পাচ দিনাৰ ৰাতি গোটেই গাঁও খনতে জয়ৰ নিমিত্তে দিপনিতাৰ দৰে চাকি লগাই পহৰ কৰিলে।

জৰ্ম্মানি দেশৰ ফ্ৰাঙ্কফৰ্ত্ত নগৰত ৰাজ মেলে দেশাধিকাৰ পাতিবলৈ আলচ কৰি অষ্ট্ৰিয়া ৰজাৰ বমহৰ আৰ্চ ডিউক জন নামে এজন কোঁৱৰ মনোনিত কৰিলত, তেঁও আহি ১১ জুলাইত ফ্ৰাঙ্কফৰ্ত্ত পাই অনেক মানুহৰ জয়ধ্বনিৰে সৈতে দেশাধিকাৰ পতা হল।

ইতালি দেশত ২২ জুলাই ৰাতি বৰ বতাহ বৰষুন হোআতি অষ্ট্ৰিয়াৰ ৮০০০ সেনাই বিৰোনা নগৰৰ ওচৰলৈ মনে মনে চাপি আহি যুদ্ধ কৰি চাৰ্দ্দিনিয়াৰ সেনাক জিনি নগৰ ললে। পাচে ২৫ তাৰিখত চাৰ্দ্দিনিয়াৰ ৰজা চাৰ্লচ আলবৰ্ত্ত ক্ৰিমোনা নগৰত থাকোঁতে, অষ্ট্ৰিয়াৰ সেনাই আহি ১০ ঘণ্টা যুদ্ধ কৰি বহু মানুহ মৰিলত চাৰ্দ্দিনিয়াবোৰক খেদালে; তথাপি সিইঁতে অষ্ট্ৰিয়াৰ সেনা ২৫০০ বন্দিয়াৰকৈ লৈ গল। মিঞ্চিও নামে জি নদিৰ পাৰত সেই ৰন হৈচিল, তাৰ পানি তেজেৰে ৰঙ্গা হৈ গল।

লিবৰপুল নগৰৰ বনৰিয়া জন্তু ৰখা পহু গৰালত বাজা নামে এক বৰ হাতি আচিল। তাৰ মাউতে ১৭ জুনত তাক কোবোআত হাতিৰ খন্ত উঠি মাউতক পেলাই ভৰিৰে গুৰিয়াই মাৰিলে। আগৰ কালতো এজনক মৰা হেতুকে তাৰ অধিকাৰে বৰ দুষ্ট বুলি জানি, মাৰিবৰ মনেৰে তিনি হেজাৰ মানুহ মাৰিব পৰা, এইমান বিহ খুআলতো ন মৰিল। পাচে গুলিয়াৰলৈ দু কুৰি মান চিপাহিক আনিলত প্ৰথমতে ১৫ জনে গুলিউআত টগৰ বগৰ কৰি গৰালত আউজি ৰল। পাচে আৰু ১৫ জনে গুলিয়ালত সি একে ৰেলিএ পৰি মৰিল।

আমেৰিকা দেশৰ নায়াগৰা নদি গোটেই খন ১০০ হাত ওখ গৰাৰ পৰা খিয় হৈ পৰিচে; দেখিবলৈ অতি ভয়ানক আৰু সবদ মেঘৰ গৰ্জ্জনৰ নিচিনা। সেই নদিৰ ওপৰত গৰাৰ ভাটি ফালে এডিয়া দলঙ্গ পাতিবলৈ উপাই কৰিচে। তাক সজা মিস্ত্ৰিএ লোৰ গুনাৰে লেজু কৰি ১৩ মাৰ্চত ইপাৰৰ মুৰ বান্ধি সিপাৰলৈ পাৰকৈ নিলে। পাচে টনটনিয়াকৈ বল দি পানিৰ ১৬০ হাত উখকৈ বান্ধি ৰাখিলে। তাতে লোহাৰ পাচি আৰি তাৰ ভিতৰত সোমাই বামত থকা মানুহৰ হতুআই টানি পাৰ কৰা হৈচিল। সেই ৰূপেৰে অনেক লেজু বান্ধি লৈ তাৰ উপৰত দলঙ্গ সাজিব।

ইংলণ্ডৰ কিচু জাভৰত থকা চেন্ত কিল্দা নামে জি এখান মাবুলি আচে, তালৈ সঘনে জাহাজ নো জোআৰ কাৰনে তাক চলাবৰ উপাই নাই কিয়াত বচৰেকত ২। ৩ বাৰ মান বাত্ৰা পাই। এবেলি ৰাবৰ নাম পাহৰি ৬ মাহলৈকে সোম ৰাবকে দেও বুলি বিস্ৰাম কৰি ৰাখিলে। উলিয়ম মহা ৰজা মৰিলত সিইতে তাৰ বাত্ৰা নে পাই, এবচৰলৈকে তেওঁ জিবৰ নিমিত্তে আগৰ দৰে দেও ৰাৰে দেও ৰাৰে প্ৰাৰ্থনা কৰি আচিল। আওহতিয়া মানুহ নো জোআ সাগৰৰ মাজত ঠায়ে ঠায়ে এনে মাবুলি আচে।

লণ্ডন নগৰৰ চাৰিও পোনে মাটি বুধিবৰ নিমিত্তে চেন্ত পোল নামে জি বৰ গিৰ্জা ঘৰ ২৪৭ হাত ওখ হই, তাৰ কলচিৰ আগত দুটা মানুহ থাকিব পৰাকৈ ২ হা॰ মান বহল এটা সৰু ঘৰ সাজিলে। তাৰ পৰা দূ .নৰে চাই, চাৰিও ফালৰ ঠাই কোন কোন দিশে থাকে, তাক লিখি বুধি দেশৰ নকচা কৰে। চেন্ত পোলৰ গিৰ্জা তলত লিখা আচে। সেই গিৰ্জা সজাত ৩৫ বচৰ লাগিল, খৰচ হল ১,৫০,০০,০০০ ৰূপ।



St. Paul's Cathedral,




## ইউৰপৰ দেসবিলাকৰ নক্চা।

**Principal Countries of Europe.**

| দেসৰ নাম। | ৰাজ নগৰ। | অধিকাৰৰ নাম। | প্ৰজাৰ সংখ্যা। |
|---|---|---|---|
| ইংলণ্ড, স্কটলণ্ড, আৰু আয়ৰলণ্ড | লণ্ডন | শ্ৰীলশ্ৰীমতি বিক্তৰিয়া মহা ৰানি | ২,৭০,০০,০০০ |
| ৰুচিয়া | পিতৰ্চবৰ্গ | নিকলাচ মহা ৰজা | ৬,২০,০০,০০০ |
| ফ্ৰান্স | পাৰি | জেনৰল কাবেনাক দেসাধিকাৰ | ৩,৫০,০০,০০০ |
| ইস্পানিয়া | মাদ্ৰিদ | ইচাবেলা মহা ৰানি | ১,২০,০০,০০০ |
| পৰ্তুগাল | লিচ্বন | মাৰিয়া মহা ৰানি | ৩০,০০,০০০ |
| জৰ্মানি | ফ্ৰাঙ্কফৰ্ত | আৰ্চডিউক জন দেসাধিকাৰ | ১,২০,০০,০০০ |
| প্ৰুচিয়া | বৰ্লিন | ফ্ৰেদৰিক মহা ৰজা | ১,৫০,০০,০০০ |
| অষ্ট্ৰিয়া | বিএনা | ফৰ্দিনন্দ মহা ৰজা | ৩,২০,০০,০০০ |
| ডেন্মাৰ্ক | কপনাগেন | খ্ৰিষ্টিয়ান মহা ৰজা | ৩০,০০,০০০ |
| চুইদন আৰু নৰোৱেই | স্তকহোম | অচেফ ফ্ৰাঙ্কিচ অস্কাৰ মহা ৰজা | ৪০,০০,০০০ |
| চুইচ | বৰ্ন | স্বতন্ত্ৰ | ৩০,০০,০০০ |
| চাৰ্দিনিয়া | তুৰিন | চাৰ্লচ আল্বৰ্ত মহা ৰজা | ৪৫,০০,০০০ |
| ইটালিৰ মাজ ভোগৰ | ৰোম | নৱম পিয় পাপা মহা গুৰু | ২৭,০০,০০০ |
| নাপলি | নাপলি | ফৰ্দিনন্দ মহা ৰজা | ৭৭,০০,০০০ |
| তুৰুকি | কনস্তান্তিনপলি | আবদুল মচ্জিদ চুলতান | ২,৩০,০০,০০০ |
| গ্ৰিক | আথিনি | ওথো মহা ৰজা | ৮,০০,০০০ |



## পূৰ্ব্ব কালৰ ইংলণ্ডিযাবিলাকৰ বিবৰন।

Account of the Ancient Britons.

এতিয়া অঠৰ উনৈচ স মান বচৰ হৈছে, জেতিয়া ৰুমিয়াবিলাকৰ সেনাপতি কৈচৰ ইংলণ্ড দেশৰ অধিকাৰ হবলৈ গল, তেতিয়া সেই ঠাইৰ মানুহবিলাকক অসভ্য আৰু হাবিয়লিয়া দেখিলে। সিহঁতৰ মাজত কাপৰৰ বেৱহাৰটো অলপো নাই কিচিল। দখিন কালৰ মানুহবোৰে পহুৰ চালেৰে আপোনাৰ উলঙ্গট ঢাকিচিল, সেই জে পহুৰ চালেৰে ঢাকিচিল সিয়ো কাপৰৰ বাবে ন হই, আৰু জাৰ গুচিবলৈকো ন হই। কিন্তু আন দেশৰ মানুহবিলাক বেহা কৰিবলৈ আহিলে চালেৰেই কাপৰৰ বাবে আপোনাৰ গুপ্তাঙ্গ ঢাকে। আৰু ভাল দেখিবৰ কাৰনে আপোনাৰ গাত কাঁইটেৰে খুঁচি ফুল গচ মাচ পহু আদি কৰি সেইবোৰৰ আক্রিতি লিখি তাতে এবিধ গচৰ এঠা দিএনি, পাচে সেই আঁক কেতিয়াও ন মৰে। এই বেৱহাৰ নুহলণ্ডৰ মাজতো আৰু আন আন উপদিপতো হাবিয়লিয়া জাতিৰ আৰু নগা, চিংফৌ, অকা, ডঁফলা আদি কৰি সেইবোৰবো এতিয়ালৈকে আচে। সেই কালত আমাৰ উপৰি পুৰুসবিলাকেও হাবিৰ মাজতহে নিবাস কৰিচিল। আৰু সৰু সৰু কাঠেৰে ঘৰ সাজি গচৰ ডাল আৰু পহুৰ চালেৰে চাইচিল। পাচে দুস তিনি স পজা ঘৰেৰে এখন গাও হল; সেইবিলাক ঘৰকো সাৰি কৰি দন্তৰ লগাই সজা ন হই। আৰু গাঁৱৰ চাৰিও কালে মাটিএৰে চাপ বান্ধিচিল। সেই মানুহবিলাকে পহু মাৰি আনি মঙ্গহ মাখোন খাই, সেয়ে আহাৰ, কিন্তু মাচ চৰাই খোআটো সিহঁতৰ ধৰমত নিসেধ আচিল।

সেই সময়ত ইংলণ্ড দেসৰ সকলো মানুহবিলাক অগিয়ান আচিল, তাৰ মাজত কেৱল অধ্যাপকবিলাকেহে লিখিব পৰ্হিব জানিচিল। সেই অধ্যাপকবিলাকেও সিস্যবিলাকক কেৱল বস কৰি লৈচিল জে সিহঁতে নানা বিধ দেও পুজা কৰে, আৰু সেই দেওবিলাক বিতুষ্ট হলে তুষ্ট কৰিবৰ কাৰনে এনেহে গৰিহিত কৰম কৰে, তাক সুনিব লগিয়া কথাই ন হই। এবেলি সিহঁতে ৰনত হাৰি ভাবিলে জে আমাৰ দেৱতা সনি বিতুষ্ট হৈছে, ইয়াকে গুনি তেঁওক সন্তোস কৰিবৰ নিমিত্তে উত্তম বৰ বৰ জাতৰ তিনি স লৰা আনি নৈবেদ্যৰ বাবেৰে কোনো বৰ পাত্রত ভৰাই জুইত পুৰি মাৰিলে। এতিয়া ইংৰাজিবিলাক সেইবোৰৰ সন্তান হৈয়েই ইবিলাকৰ বেৱহাৰে সেইবিলাকৰ বেৱহাৰে কিমানৰ আঁতৰ, তাক বুজি চোআচোন! এতিয়া জেনে পৰ্বত হাবি আদিত অগিয়ানি অসভ্য জাতিবোৰ আচে, সেই ৰুপে আমাৰ ইংৰাজিবোৰো কুবেৱহাৰি কুকৰমত ৰতি আৰু হিংসা আদিৰে পুৰ্ন আচিলে। এতিয়া অনেক কাল হল প্রথমতে ইংৰাজি লোকে নে দেখি সু সুনি বুধিএৰেই অতিসই আচৰিত কৰ-



Ancient Roman Galley.

ইংলণ্ডলৈ যোৱা ৰুমিয়াৰ ৰনুৱা জাহাজ।

মকো কৰাত লাহে লাহে অনেক প্ৰকাৰ গিয়ান হবলৈ ধৰিলে; আৰু বেহা বেপাৰতো এতিয়া প্ৰধান হৈছে, সজা পৰা বিদ্যাতো ইংৰাজিৰ সমান কোনো নাই। সকলো ৰূপে গিয়্যানেৰে বিদ্যাৰে ইংৰাজি ডাঙৰ। আৰু ইংৰাজিএ আপোনাৰ গিয়ানৰ অধ্যাই ডবালৰ পৰা প্ৰিথিবিৰ অন্তলৈকে সৰলো লোকলৈ গিয়ান দান কৰিছে। এই কাৰন দেসত গিয়ান ওলোআত কোনোএ তাক অসাধ্য জেন নে ভাবিবাইঁক; কিয়নো পূৰ্ব্বে ইংৰাজি লোক আটাইতকৈ অগিয়ান অসভ্য থাকিও, পাচে জি উপায়েৰে সকলতোকৈ গিয়ানৱন্ত সভ্য হল, সেই উপাই সকলো দেসলৈ আছে। সেই ইংৰাজি আমেৰিকা আটাইতকৈ সুখ্যাতি হৈছে, আৰু সেই বিদ্যা সকলোএ লব সিকিৰ পৰা হৈ ওচৰতে আছে। আমি হলে আসা কৰিচোঁ, এই দেসতো সেই বিদ্যা আৰু ধৰম বেগতে বিয়াপক হব। আৰু এই দেসৰ জি লোক এতিয়া অন্ধকাৰত মজি আছে, কিছু কালৰ পাচতে সেই সকলো বিদ্যা সিকি ইউৰপিয়া আৰু আমেৰিকাৰ লোকৰ নিচিনা হব পাৰে।

---

ৰুমিয়া লোকে ইংলণ্ড দখল কৰাৰ পাচে ইংৰাজিএ আগৰ অসভ্য দস্তুৰ এৰি ৰুমিয়াৰ নিচিনাকৈ ভলৰ নকচাৰ দৰে কাপৰ পিন্ধিবলৈ ধৰিলে।



British Costume after the Conquest by the

## ক্ৰাকৌৰ ওচৰত থকা লোন খনা গাঁত।

ইউৰপৰ পোলণ্ড দেসৰ ক্ৰাকৌৰ পৰা চাৰি ক্ৰোচ আঁতৰ এখান গাঁৱত এনে আচৰিত এতোধৰ লোনৰ ঠাই ওলাইছে। তাক এটা পৰ্ব্বতৰ ওচৰত খানি উলিয়াইছে, আৰু চ স বছৰৰে পৰা লোন ওলাইছে।

সেই ঠাই তোখৰত তললৈ সোমাই লোন খানিবৰ কাৰনে আঠোটা পাট বাদৰ নিচিনা গাঁত কৰিছে। তাৰে দুটা গাঁত নগৰৰ মাজতে, ছটা পথাৰত; সেই গাঁতত মাটি খহি ন পৰাৰ কাৰনে গাঁতৰ ভিতৰে চাৰিও কালে পাট মাৰিছে। গাঁতৰ মুখে পতি ঘিলা সঞ্জোগৰ চকৰিৰ নিচিনা একোটা চকৰি, তাতে লগোৱা আহাজৰ মস্তুলৰ ঘিলাৰ নিচিনা লেজু থাকে; সেই লোকৰেই ওপৰৰ পৰা তললৈ কোনো কোনো বস্তু পঠাই, আৰু তলৰ পৰা ওপৰলৈ লোন তোলে।

সেই গাঁতত সোমাই জাঁওতে লাহে লাহে বাৰ লাগে, তাৰ বাটো বৰ বহল ন হই, আৰু বৰ এন্ধাৰ। দ হলে নিচই চাবি ন হাত। সেই গাঁতৰ মাজে দি জেতিয়া জাত্ৰিক লোকক নমাই দিএ সেই ঠাই ধন বৰ এন্ধাৰ। কিন্তু তাৰ সগত জি লোন খনা মানুহ জাই, সিহঁতে টিজিৰি মাৰি জুই উলিয়াই চাকি লগাই লই। পাচে অনেক বাট গৈ ছিৰিএ দি নিচেই তল পাইগৈ, তাতে ছিৰিৰ পৰা নামি এনে এটা গাঁতত সোমাই জে সেই ঠাইত এন্ধাৰৰ অন্তেই নাই। জাঁওতে লোন খনাবিলাকে সেই জাত্ৰিক মিচা ভই দেখুআই বোলে, এই চাকি জদি কেনেবাকৈ নুমাই জেতিয়া আমাৰ কেনে অৱস্থা হব!

পাচে বৰ এন্ধাৰেৰে গাঁতত সোমালে লোন খনাবিলাকে একে বেলিএ চলকৈ চাকি নুমাই পেলাই, আৰু সেই জাত্ৰিক হাতত ধৰি, এন্ধাৰ ঠেক বাটত টানি, সেই লোন খনা ঠাইৰ মাজলৈকে লৈ জাই। সেই ঠাই ধন পালেই এনেছে সুন্দৰ দেখিবলৈ জে আগেএ নে দেখা ঠাই দি দেখিবলৈ পাইগৈ; আৰু তাৰ মনত বৰ আচৰিত লাগে। সেই ঠাইত এখন বৰ পথাৰৰ নিচিনা দেখেগৈ; তাতে এখান প্ৰাই সতালৰ নগৰ,

তাৰ মাজতে বৰ আৰু সৰু গাঁবি আৰু বাজ বাটকে আদি সকলো এটা বৰ সোনৰ পৰ্ব্বতৰ মাজত থকা, সেয়ে ফটিকৰ নিচিনা দিপিতি কৰি থাকে। তাত জিবোৰ জিবোৰ চাকি সকলোকে পহৰ কৰিবৰ কাৰণে সদাই লগাই থই; তাৰ পহৰ সেই চাইৰ সোন থকা ঘৰৰ খুঁটাৰ ওপৰত পৰিলে মেঘৰ ধনুৰ নিচিনা হেজাৰ হেজাৰ বৰন হই; আৰু হিৰা মুকুতাৰ নিচিনাকৈ দিপিতি কৰে। এনেহে সোতাৰ চাই যে প্ৰিথিবিৰ ওপৰত কোনো চাইত তেনে দেখা নাই।

সেই বৰ মুকলি চাইৰ মাজত বন কৰাবিলাকৰ আৰু সিইতৰ পৰিয়ালবিলাকৰে সৈতে অনেক অনেক ঘৰ দেখা হই। কোনো চাইত ঘৰ এটা, কোনো কোনো চাইত গাঁৱৰ নিচিনা অনেক ঘৰ। যি ইতৰ ওপৰত থকা প্ৰিথিবিৰ মানুহে সৈতে একো সমন্ধেই নাই। আৰু সই সই মানুহ সেই চাইতে ওপজে, আৰু তাতে কাল বঞ্চি মৰেও। কিন্তু সিইতে কেতিয়াও প্ৰিথিবিত থকা মানুহে সৈতে ইষ্ট আলাপ ন কৰে, আৰু সূৰ্য্যৰ মুখকো কোনো কালে নে দেখে।

সেই পতালৰ মুকলি চাইৰ মাজে দি নিচেই তাদৰ বাজ বাট আছে, সেই বাজ বাটে দি বহু দূৰৈৰ পৰা সোন ভৰি ভৰি অনেক অনেক গাঁৰি আহে। আৰু গাঁৰিৰ কাৰণে সেই বাজ বাট সদাই পুৰ হৈ থাকে। গাঁৰি অনা মানুহবিলাক সিত পাই গাই গাঁৰি লৈ জাই। আৰু সিইতে জিবোৰ সৌসে দৌসে সোন আনে সেই সোনবিলাকে হিৰা মুকুতাই প্ৰকাস কৰি থকা জেন দেখি। সেই সোনৰ চাইৰ মাজত অনেক ঘোঁৰা আছে, জি ঘোঁৰা এবেলি তাতৈ জাই সি আৰু কোনো কালে সূৰ্য্যৰ মুখ দেখিবলৈ নে পাই।

জিবোৰ জিবোৰ দা কটাবিৰে তাত বন কৰে সেইবোৰ এই, কোৰ আৰু বটালি হাতুৰি এইবোৰেৰেই সোনৰ সলৰ পৰা তোখৰ তোখৰ খহাই আনে, একো একো তোখৰতে অনেক সোন সোন থাকে। পাচে সেই তোখৰ তোখৰ সোনবিলাক প্ৰিথিবিৰ ওপৰলৈ আনি একিধ জতন থাকে তাৰেই গুৰি কৰে। তাৰ মাজৰে জি একো তোখৰ অতি সুন্দৰ বগা নিৰ্ম্মল সোন ওলাই, তাৰেই কোনো কোনো সময়ত ওমলা বস্তু সাজে, কিন্তু তাক কেৱল সুধ ফটিকৰ বুলিহে জানে।

মনে ধৰে যে সেই সোনৰ অন্তেই নাই কিয়া; জিমান দূৰৈলৈহে খানিচে সুনাৰে আচৰিত গিয়ান হই। পথালি সাত স দু কুৰি চ হাত, দিঘলে চাৰি হেজাৰ চাৰি স তিনি কুৰি হাত, আৰু তাৰ পৰা দ হৈচে পাঁচ স হাত। ইমান দিঘলে পুতলে সই মানুহবিলাকে খানিচে, কিন্তু সোন কিমান দিঘল পুতল সলৈ আচে, তাক কোনেও ঠিকনা কৰিব পৰা নাই।

---

এটা বুঢাৰ আৰু মিত্যুৰ সাধু কথা।

এটা বুঢাই এবোজা কাঠ মূৰত লৈ কিচুমান বাট গৈ বলে নোআৰি মাটিলৈ পেলাই বৰকৈ মহা কাতৰ মাতিৰ ধৰিলে বোলে, মোক মাৰি নেহি; তেতিয়াই মিত্যু তাৰ ওচৰলৈ আহি সুধিলে, তই মোক কেলেই মাতিচিলি? বুঢাৰ অতি ভই লাগি কলে বোলে, কাঠ বোজা মোক মূৰত তুলি দিবলৈ তোমাক মাতিচোঁ।

অৰ্থ, সংসাৰৰ ভিতৰৰ অতি দুখেৰে পুনিবোৰৰো মৰিবলৈ ইচা ন হই।

---

শ্ৰীশ্ৰী মতি মহা ৰানিৰ তল দেসবিলাকৰ প্ৰজা।

| | |
|---|---|
| ইংলণ্ড | ১,৫০,০০,০০০ |
| ওএলচ | ১০,০০,০০০ |
| স্কট্লণ্ড | ৩০,০০,০০০ |
| আয়ৰলণ্ড | ৮০,০০,০০০ |
| আফ্ৰিকা, মৰিচ, আৰু মল্তা মালুলিত | ৪,০০,০০০ |
| ভাৰত বৰ্ষত আদ্দাজে | ১০,০০,০০,০০০ |
| অষ্ট্ৰেলিয়া আদি পাচিফিকৰ মাজুলিত | ২,০০,০০০ |
| আমেৰিকাৰ উত্তৰ কালে | ১৪,০০,০০০ |
| জামেকা আদি আট্লাণ্টিকৰ মাজুলিত | ১০,০০,০০০ |
| মুঠে | ১৩,০৭,০০,০০০ |




## কম্পানি বাহাদুৰৰ বিৱৰণ।

The East India Company.

গুৰু আৰু সিষ্য এই দুই জনৰ মাজত কথা বাৰ্ত্তা সোধা পোচা কৰিচে, ১ নম্বৰৰ কথা কম্পানি বাহাদুৰৰ বিষই। সিস্যে সুধিচে, হে গুৰু দেৱ মহাসই, মই বেলিএ বেলিএ সুনি আচোঁ. কম্পানি হুনু এই দেসৰ ৰজা, কিন্তু সেই কম্পানি কি? আপুনি অনুগ্ৰহ কৰি কলে বাক হই। কোনোএ বোলে, কম্পানি এক তিৰি মানুহ; সেই তিৰিটি বিলাতত থাকে, আৰু সোনৰ খাটতহে সুই থাকে। এই কথাটো সঁচা নে কি? গুৰুএ কৈচে, কম্পানি হলে বুপাই, তিৰি মানুহ ন হই, মতা মানুহো ন হই, কম্পানি এখন সভা; চোআচোন বাৰু, এক মানুহে জি খন বন কৰিব নোআৰে, সেই কৰমটো দহ জন মানুহে একে লগ হৈ কৰিব পাৰে; ইয়াৰে প্ৰমান কওঁ, সুনাচোন, কোনো এখন গাঁৱত জিবোৰ খেতিয়ক মানুহ থাকে, সেই সকলৰ মাটিবোৰ বৰ দ মাটি; এতেকেহে ঘনে পতি খেতিবোৰ পচি পচি জাই; তেনে খন হলে সেই আটাই মানুহে মাচকে ধৰি দিন পাত কৰে। কিন্তু জাল ন হলে তালৈকে মাচ ধৰিব নোআৰে; কিন্তু এখন এখন জালৰ মুল্য ১০। ১২ ইমান টকা, এক জন মানুহৰ দিবৰ উপাই নাই; এই কাৰনে সেই মানুহবোৰ ৩। ৪ জনে মিল হৈ এখন জাল কিনিহে মাচৰ বেপাৰ কৰে; পাছে জিমান লাভ পাই তাকে সেই মানুহবোৰে ভগাই ভগাই লিএ। সেই দৰেহে কম্পানি জানিবা। সিস্যেই আকও সুধিচে, সেই কি প্ৰকাৰ? মই একো তালৈকে বুজিব পৰা নাই। গুৰুএ কৈচে, সুনাচোন বাৰু, সেই বিলাতত অৰ্থাত ইংলণ্ড দেসত সৰহ মহাজনিয়া বেপাৰি আচে, সেই মহাজনবোৰে মাথৰ নোআৰাই তালেমান দেসত গৈ গৈ বেপাৰ কৰিচে টকা সাঁচে। আগৰ দিনত হলে সেই মহাজনবিলাকৰ ইমান ধন থাকিচিল, তিনি স বচৰহে হৈচে, সেই মহাজনবোৰৰ মাজতে কেতবোৰ বেপাৰি হিন্দুস্থানলৈ জাহাজ নাও পঠাবৰ জন্যে কৰিচিল; কিয়নো সেই মহাজনবোৰে সুনিচিলে জে এই ধন দেসত সৰহ ধন পোআ জাই; কিন্তু ইমান নিলগ দেসলৈ জাহাজ নাও পঠাব লাগিলে বহু টকাৰ খৰচ লাগে, এতেখনি টকা বই কৰিবৰ এক মানুহৰ সক্তি নাচিল। এই নিমিত্তে দহ বাৰে জন মানুহ মিলি গৈ টকা একে লগ কৰি জাহাজ নাও কিনি বেপাৰৰ বস্তুবোৰেৰে নাও ভৰা দিয়া হল; পাচে বস্তুবোৰ পঠাই কলে জে এই জনৰ জাত্ৰাতে জিমান লাভ পোআ জাব, তাকে আমি আটায়ে বাঁটি লমইক। সেইবোৰ মহাজনৰ এই দৰে আসা পুৰ হল; কিয়নো সেইবোৰৰ এনেকুআ বেপাৰত সৰহ ধন উত্পন্ন হল। তেনে কৰি সেই মহাজনবোৰে সৰহ জাহাজ নাও সাজি ঘনে ঘনে হিন্দুস্থানলৈ পঠাব ধৰিলে, আৰু ক্ৰমে ক্ৰমে অনেক মানুহে টকা দি দি বেপাৰৰ ভাগ লব ধৰিলে। এনেকুআ অংস থকা লোকৰ সভাকহে কম্পানি বোলে। আগৰ কালত সেইবোৰে কেৱল বেপাৰ কৰিহে আচিল, এতিয়া হলে সেই বিলাক দেসৰ অধিকাৰ হৈ প্ৰজাবোৰৰ থানত ৰাজ সাসন পাই আৰু প্ৰায়ে বেপাৰ ন কৰে, আৰু এতিয়া সত সত অংসৰ গৰাকি হৈ আচে। সিস্যে সুধিচে, সত সত অংসৰ গৰাকি হলে দেসৰ সাসন কি প্ৰকাৰ হই, সেইবোৰ আটায়ে ৰজা হৈ আচে নে কি? গুৰুএ কৈচে, ন হই; আটায়ে ৰজা হো-

আ নাই; কিন্তু সদৌটিএ একে লগ হৈ ডেঁওবিলাকৰ মাজতে ২৪ জন মানুহক বিলয়া পাতি ৰাখে। এই ২৪ জন মানুহৰ সভা কৰিহে দেশৰ লোধ পোচ শাসন কৰে। এই সভাৰ নাম কৌর্ট অফ ডিৰেক্টর্চ; আৰু সেইবোৰৰ মাজত এটা মানুহ সভাপতি হৈ আছে। কিন্তু এই দেশত জিবোৰ চাহাব আছি জজ বা মাজিষ্ট্রেট বা কলেক্তৰ নাইবা সেনাপতিৰ বিলই কৰে, সেইবোৰ আটায়ে সেই ২৪ জন মানুহৰ আগ্যাবেহে বিলয়া নিযুক্ত হই। শিষ্যে সুধিচে, আমি হলে সুনিচোঁ, ইংলণ্ড দেশত এক ৰানি থাকে, কিন্তু তুমি দেখোঁ কোআ, এই সভাৰ মানুহবোৰে হিন্দুস্থানৰ ওপৰত বিলই অর্থাত্ ৰ্জিহ্ কৰে; তেনে হলে জনা গল জে এই ২৪ দিৰ মানুহ সেই ৰানিৰ বশ ন হই। গুৰুএ কৈচে, বশ ন হই জে কি? ৰানিৰ বশ আটায়ে, কিন্তু ৰানি সকলতকৈ শ্রেষ্ঠ, আৰু কম্পানি সেই ৰানিৰ বশ হৈ থাকে; আৰু কম্পানিৰ তত্ত্বাবধাৰন আৰু তাৰ অনিয়াই নিবাৰন কৰিবৰ কাৰন ৰানিএ পতা আৰু এখন সভা আছে; এই খন সভাত ৰানিৰ মন্ত্রিবিলাক ৰহে; সেই সভাৰ নাম কৌর্ট অফ কন্ত্রোল; এই সভাৰ আগ্যা ন হলে হিন্দুস্থানৰ গৱৰনৰ হব নোআৰে। শিষ্যে সুধিচে, সেই ৰানিৰ ইচা গলে ৰানিএ এইবোৰ দেশ কম্পানিৰ হাতৰ পৰা নিব পাৰে কি নোআৰে? গুৰুএ কৈচে, ৰানিএ নিব নোআৰে, কিন্তু ইংলণ্ড দেশত জি ৰাজ মেল বৰ সভা আছে, সেই খন হলে নিব পাৰে। শিষ্যে সুধিচে, সেই সভা খন আৰু নো কি? জদি সিও এখন সভা আছে, তেন্তে সেই খন সভা নো কেনেকুআ? গুৰুএ কৈচে, আমি সেই খন সভাৰ কথা কবলৈ থাকিল; এতিয়া আমাৰ জনা যন আছে, সেই খন সভাৰ কথা অন্য কোনো কালত কম। ৰ.



Almanac for November, 1848.

## নবেম্বৰ মাহৰ পঞ্জিকা।

খ্রিঃ অঃ ১৮৪৮। হিন্দু শক ১৭৭০।

| | নবেম্বৰ | কাতি | সূৰ্য্যোদয় | সূৰ্য্যাস্ত | তিথি | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|
| বুধ | ১ | ১৭ | ৬।১৩ | ৬।১৫ | ৫ | ৯।৪৫ |
| ব্রিহস্পতি | ২ | ১৮ | ৬।১৪ | ৬।১৪ | ৬ | ১০।৪০ |
| সুকুৰ | ৩ | ১৯ | ৬।১৫ | ৫।১৩ | ৭ | ১১।৩০ |
| সনি | ৪ | ২০ | ৬।১৬ | ৫।১২ | ৮ | পুআ |
| দেও | ৫ | ২১ | ৬।১৬ | ৫।১১ | ৯ | ০।২৪ |
| সোম | ৬ | ২২ | ৬।১৭ | ৫।১১ | ১০ | ১।২২ |
| মঙ্গল | ৭ | ২৩ | ৬।১৮ | ৫।১০ | ১১ | ২।২২ |
| বুধ | ৮ | ২৪ | ৬।১৯ | ৫।৯ | ১২ | ৩।২৪ |
| ব্রিহস্পতি | ৯ | ২৫ | ৬।২০ | ৫।৮ | ১৩ | ৪।২৮ |
| সুকুৰ | ১০ | ২৬ | ৬।২১ | ৫।৮ | ১৪ | চন্দ্রোদই |
| সনি | ১১ | ২৭ | ৬।২২ | ৫।৭ | ১৫ | ৬।১১ |
| দেও | ১২ | ২৮ | ৬।২২ | ৫।৭ | ১৬ | ৭।৮ |
| সোম | ১৩ | ২৯ | ৬।২৩ | ৫।৬ | ১৭ | ৮।৮ |
| মঙ্গল | ১৪ | ৩০ | ৬।২৪ | ৫।৬ | ১৮ | ৯।৯ |
| | | আঘোন | | | | |
| বুধ | ১৫ | ১ | ৬।২৫ | ৫।৫ | ১৯ | ১০।৯ |
| ব্রিহস্পতি | ১৬ | ২ | ৬।২৫ | ৫।৫ | ২০ | ১১।৭ |
| সুকুৰ | ১৭ | ৩ | ৬।২৬ | ৫।৪ | ২১ | পুআ |
| সনি | ১৮ | ৪ | ৬।২৭ | ৫।৪ | ২২ | ০।৩ |
| দেও | ১৯ | ৫ | ৬।২৮ | ৫।৪ | ২৩ | ০।৫৯ |
| সোম | ২০ | ৬ | ৬।২৯ | ৫।৩ | ২৪ | ১।৫২ |
| মঙ্গল | ২১ | ৭ | ৬।২৯ | ৫।৩ | ২৫ | ২।৪১ |
| বুধ | ২২ | ৮ | ৬।৩০ | ৫।৩ | ২৬ | ৩।৩২ |
| ব্রিহস্পতি | ২৩ | ৯ | ৬।৩১ | ৫।৩ | ২৭ | ৪।২৩ |
| সুকুৰ | ২৪ | ১০ | ৬।৩১ | ৫।৩ | ২৮ | ৫।১৫ |
| সনি | ২৫ | ১১ | ৬।৩২ | ৫।৩ | ০ | চন্দ্রাস্ত |
| দেও | ২৬ | ১২ | ৬।৩৩ | ৫।৩ | ১ | ৬।১৭ |
| সোম | ২৭ | ১৩ | ৬।৩৩ | ৫।২ | ২ | ৬।৫৪ |
| মঙ্গল | ২৮ | ১৪ | ৬।৩৪ | ৫।২ | ৩ | ৭।৪১ |
| বুধ | ২৯ | ১৫ | ৬।৩৪ | ৫।২ | ৪ | ৮।৩১ |
| ব্রিহস্পতি | ৩০ | ১৬ | ৬।৩৫ | ৫।১ | ৫ | ৯।২৪ |

১১ দিনৰ পুআ ৭। ৫৩ বজাত, পুর্নিমা।

২৬ দিনৰ পুআ ৩।৪৮ বজাত আমাবাস্যা।

*The* ORUNODOI, *Printed and Published monthly, at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্র।

ত্রিতিয় চোআ। মো° সিবসাগৰ, নবেম্বৰ ১৮৪৮ খ্রি° অ° সঁক। নম্বৰ ১১।

VOL. III. SIBSAGOR, ASAM, NOVEMBER, 1848. No. 11.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

কলিকতা নগৰ আদি কৰি সকলো ভাটি ঠাইত ১২।১৩ অক্তোবৰত বৰ তুফান ধুমুহা বতাহ মাৰি তাৈল অহা অনেক জাহাজ ভাঙ্গি নষ্ট কৰিলে। একস্মৌত নামেৰে আৰৰি সদাগ-ৰৰ এখান জাহাজ বালিত লাগি ভাগি গলত, কাঠবোৰেৰে সৈতে আঠ খান ভুৰ কৰি ৩৩ জন মানুহ তাতে থাকি আন জাহাজ দেখা পাই উটি ৰখ্যা পৰিল। ৰচ নামে সেই জাহাজৰ কাপ্তান চাহাবৰ ভাৰ্জাও আচিল; ঢৌৱে তেঁওক উটাই নিলত কাপ্তানে ভাৰ্জাক ধৰিবলৈ জঁাপ মাৰি সাগৰত পৰি মৰিল।

সেই তুফানত হোপ নামে এক জাহাজ বুৰি তল জোআত উইলি নামেৰে তাৰ কাপ্তান চাহাবে লৰা, ভাৰ্জা, আৰু কেতবিলাক জাত্রিএ সৈতে মৰিল। সেই কাপ্তানে নাও এখন পেলোআই তাতে উঠিব খুজিলে, কিন্তু বৰ ঢৌ হোআত লৰা তিৰোতা মানুহ জাব নোআৰিলে। তাতে লৰা তিৰোতা ন হলে মোৰ কি লাভ হব বুলি, কাপ্তান চাহাবে নাঁৱত নুঠি সিইঁতে সৈতে জাহাজৰ ভিত-ৰলৈ সোমালত তেতিয়াই তল গল। আৰু তাৰ পাচে জি জি জাহাজ কলিকতালৈ আহি আহি আচে, সেইবিলাকৰ মস্তুল আদি কৰি ভাগি চি-গি আহিচে; আৰু তাৰ মানুহে বোলে, সাগৰত উটি জোৱা কাঠ আদি অনেক জাহাজৰ বস্তু বাৰি দেখিলোঁ।

প্রতাপ চান্দ ৰজা নামে কলিকতাত থকা এজন তাজৰ লোকে বঙ্গাল দেসৰ ধনৰ ভঁৰাল লুট কৰি-বৰ নিমিত্তে ৰাখি থকা চিপাহিবোৰক ১০,০০০ ৰুপ ভেঁটি দিম বুলি কলে, কিন্তু চিপাহিএ আ-পোনাৰ সেনাপতিৰ আগত এই কথা বুজাই দি-য়াত প্রতাপ চান্দ ধৰা পৰি কইদত থোআ হল।

মুলতান আদি পঞ্জাব দেসত কম্পানিৰ জি সত্রু আচে, সিইঁতে সৈতে জুধ কৰিবলৈ জোআ সেনাবিলাকৰ লেখ এই; বঙ্গালৰ পৰা গোৰা লোক ৮,৬৯৩, দেসৰ চিপাহি ২১,৬৬৭; বম্বাইৰ পৰা গোৰা চিপাহি ২,৩৬৫, দেসৰ চিপাহি ৫,৬৫২; মুঠে ৩৮,৩৭৭ সেনা তাতে গোট খাইচে।

হাৱাই মাজুলিৰ পৰা জুলাই ২৯ তাৰিখত লিখা এখান পত্রত এই বাত্রা আহিচে। সেই মাজুলি আৰু পাচিফিকৰ আন আন মাজুলিৰ মানুহ আমেৰিকা দেসৰ কালিফৰ্নিয়াত সোনৰ পৰ্বত ওলাইচে বুলি সুনি জাহাজ ভৰি ভৰি তা-লৈ গৈ আচে। আৰু সেই পৰ্বতত একে দিনে মা-নুহটে পতি পঞ্চাস ৰুপৰ সোন পাই; তালৈ সক-লো মানুহ বলিয়াৰ নিচিনা খেদি জোআত তাঁ-ৰে পতি টকাকৈ দিলেও কুলি বা চাকৰক পাব-লৈ নাই।



পাচিফিকৰ মাজুলিত থকা মানুহৰ তাম্বু ঘৰ।

বুৰাম্‌পুৰ নগৰত দসহৰাৰ কালত হিন্দু আৰু মচলমান লোকৰ দন্দ কৰি জুধ লাগি ১০০ মান মানুহ মৰা আৰু খুন হোআ হল।

অষ্ট্ৰিয়াৰ ক্ৰোট প্ৰদেসৰ মানুহে হঙ্গাৰিবিলাকে সৈতে জুধ কৰি জিনিলে, আৰু পেষ্ট নামে সিইতৰ ৰাজ নগৰ লোআ বাত্ৰা পত্ৰত লিখিচে।

চিচিলি উপদিপৰ মেচিনা নগৰ লৰলৈ নাপলিৰ ৰজাই জাহাজ আৰু সেনা পঠাই সিইতে জুধ কৰি ললে। জুধ কৰোঁতে মেচিনাৰ মানুহে খঙ্গেৰে বলিয়া হৈ এটা নাপলিয়া সেনাক ধৰি কাটি তাৰ মঙ্গহ লৈ ফুৰি বেচি সিজাই পকাই খঙ্গেৰে খালে। আৰু কমিয়া কেৰলিয়া ভকত এজনক ধৰি সত্ৰু বুলি জানি জুইত পেলাই তাৰ গাৰ পৰা ভোখৰ ভোখৰকৈ মঙ্গহ কাটি আপুনিও খালে আৰু লোককো খুআলে। সেসত নাপলিয়াবোৰে নগৰত জুই লগাই পুৰি প্ৰায়ে নষ্ট কৰিলে।

১৮ আগষ্টত আয়ৰলণ্ডৰ ওচৰৰ সাগৰত ধুমুহাবতাহ হোআত দনগাৰ্বন নগৰৰ কেতবিলাক মাচ ধৰা নাও বুৰি মানুহ কেতখনি মৰিল। স্কটলণ্ড দেসৰো ১০০ মাচ ধৰা নাও সেই দিনা মাচ ধৰোঁতে বতাহ দেখি জাল চপাই বামলৈ জাবলৈ জতন কৰিলে, কিন্তু আটাইবিলাকে নোআৰি কোনো নাও মানুহে সৈতে বুৰালে। পিতৰহেড নামে এক ঠাইৰ ৪০০ নাৱৰ মাজত ৭০ খন হেৰাল। উইক আদি কৰি আন নগৰতো বহুত মানুহ মৰিল; বতাহৰ পাচ দিনা ভগা নাও, মৰা স, জাল, মাচ আদি সকলো বস্তু ঢৌৱে বামত তুলি পেলোআ দেখা গল।

ওস্যান মনৰ্ক নামেৰে এখান আমেৰিকাৰ ৰৰ জাহাজ জাত্ৰিক লোকক লৈ লিবৰপুল নগৰ এৰি মৰ্চি নদিৰ পৰা নৌ ওলাওতে জুই লাগি পুৰি ভল গল। তাতে ৩৯৬ মানুহ আচিল; পানিত পৰিলত ওচৰত থকা কেতবোৰ জাহাজে বিচাৰি তুলি ২২২ জনক ৰখ্যা কৰিলে; সেস আটাইবিলাক মৰিল।

৩১ জুলাইত প্ৰেস্তন নগৰত কপাহৰ সুতা কটা জন্ত্ৰ থকা ঘৰত এটা ভাপ কল ফাটি এজন ইটাৰ বাহৈ আৰু কাম কৰা ৭।৮ জনি চোআলিক মাৰিলে।

১৯ আগষ্টত কন্‌স্তান্তিপলি নগৰৰ পৰ চিঠিত লিখিচে, তাতে ৰৰ জুই লগি নৈৰ দাঁতিত থকা এহেজাৰ মান ঘৰ পুৰিলে। লোকচন আন্দাজে ৮০,০০,০০০ আসি লাখ হল।

আমেৰিকাৰ নুয়ৰ্ক প্ৰদেসৰ অল্‌বনি ৰাজ নগৰত ১৭ আগষ্টত জুই লাগি দুপৰৰ পৰা মানিসালৈকে ভয়ঙ্কৰ ৰূপে বলি হৈ গৈ ৬০০ ঘৰ পুৰিলে। সেই সকল ঘৰ ডাঙ্গৰ, প্ৰায়ে তিনি খলপিয়া, আৰু ইটাৰ বাৰ দি সজা হৈচে। সেই জুইত ৪৫,০০,০০০ টকা মান হানি হল; কোনো কোনো মানুহো মৰিল, আৰু কেতবিলাক জাহাজ আৰু বোজাই নাও পোৰা গল।

চান্তাক্ৰুই নামে দেন্মাৰ্কৰ তল এখান মাজুলিত বন্দি সকলোএ দ্ৰোহ পাতি উঠি ২ জুন তাৰিখত দুখান নগৰ বলেৰে ললে, কিন্তু পাচে সেনাবোৰে আহি জুধ কৰি জিনি কেতবোৰ মাৰিলে, কেতবোৰ ধৰি কইদত ৰাখিলে, সেস জি থাকিল ঠায়ে ঠায়ে পলাই গল।

পাৰ্চি দেসৰ দ্ৰোহিয়া সেনাই ৰাজ সেনাই সৈতে খোৰাচন নগৰত জুধ কৰি জিনি ৰাজ সৈন্যক কাটি মাৰি নষ্ট কৰিলে, আৰু ৰাজ নগৰলৈ আহি দেস খন লব বুলি সকলোৰো ভই আচে।

বম্বাইৰ পৰা এক সমাচাৰ পত্ৰত লিখিচে পাৰ্চি দেসৰ বাদ্‌স্যাহ মিত্ৰু হল।



২৭৮ পাৰ্চি লোকবিলাকৰ নকচা।

## বেঙ আদি অচেতন হৈ থকাৰ কথা।

**Torpidity of Animals.**

উত্তৰ দেসবিলাকত জাৰ কালিত সাপ বেঙ আদি কোনো কোনো জন্তু অচেতন মৰাৰ নিচিনা ঠেৰেঙা হৈ থাকে; জেতিয়া ঘাম কাল হই তেতিয়া লৰ চৰ কৰিব পৰা হই। উত্তৰ সাগৰলৈ জোৱা চেৰ জন ফ্ৰাঙ্কলিন চাহাবে জাহাজেৰে গৈ জাৰ কালি মাচ মৰাৰ কথা এই ৰুপে লিখিচে। পানিৰ পৰা মাচ উলিয়ালত কিচুমানৰ পাচত জাৰেৰে টান হৈ সিলৰ দৰ হৈ জাই, তাতে লোৰে টঙনিয়ালে আৰ্চিৰ দৰে ভাগি জাই, এইমান চনকা হই। কিন্তু এনে টান হোৱাৰ দুই তিন দিনৰ পাচে, জুইৰ ওচৰলৈ নিলত সেই মাচ কোমল হৈ আকও জিএ। কেতবিলাক বেঙো সেই দৰ হই।

বেঙ কেতিয়াবা কেতিয়াবা কাঠত সোমাই অনেক বচৰলৈকে একো নো খোৱাকৈ ঠৰ হৈ থাকে। এই বচৰত ওহায়ো প্ৰদেসৰ সোলবৰিল গাঁৱত জেমচ ক্ৰেইন নামে গোৰা লোক এজনে বৰ গচ কাটি পেলালত কাটি ফালি গুৰিৰ পৰা ১৫ হাতৰ ওঁাতৰত কাটোঁতে গাঁঠিৰ নিচিনা কিবা টান পাই কাটিলত কাঠৰ ভিতৰৰ এৰেগত মানৰ পৰা এটা বেঙ ওলাল। কতো বিদ্বানে দেখি কেনেকৈ সোমাল, তাক বৰ বিস্মই মানিলে। আন্দাজে বুজোঁ, গচ সৰু হোৱা কালত সি কিবা বিদ্ধাই সোমাল; জাৰত ঠৰ হৈ থকাত গচ ডাঙৰ হৈ বিদ্ধা মৰিলত ওলাব নোৱাৰিলে।

ফ্ৰাঞ্চ দেসৰ হৰৰ্ত নামে এজন গিয়ানিএ ১৭১৯ সঁকত এই কথা লিখিচে, মানুহৰ গাৰ সমান এটা নিস্কোঁপ টান গচৰ নিচেই মাজতে এটা জিয়া বেঙ পালে।

নান্তি নগৰৰ লাইন নামে আন এজন বিদ্যাৱন্ত মানুহে ১৭৩১ সঁকত এই বাত্ৰা দিলে, এজোপা ডাঙৰ সিঙৰি গচৰ ভিতৰত এটা জিয়া বেঙ পোৱা গৈচিল; ৮০ বা ১০০ বচৰ বাহিঁৰ পৰা কাঠৰ ভিতৰ, সি তাতে এইমান বচৰ আচিল বুলি বুজে।

কেতিয়াবা কেতিয়াবা সিল কাটোঁতে জিয়া বেঙ ভিতৰত পাই। জন মৰি নামে এজন চাহাবে কৈচে, ১৩৪ হাতৰ তললৈকে এটা টান সিল খনাত এটা বেঙ ওলাই দু দিন দু ৰাতি জিয়াই থাকিল। সেই বেঙ এতিয়ালৈকে তাৰ্পিনত্তেলৰ ভিতৰত ৰাখি থৈচে।

১৮৪৫ সঁকৰ ফেবৰুৱাৰি মাহত ইংলণ্ডৰ গিলামৰ্গান জিলাত সিল কাটি এটা জিয়া বেঙ উলিয়ালে। তাৰ গা ডাঙৰ, কিন্তু সক্তি নাই, আৰু মুখ খন চাল ৰাহিঁ ঢাকি থকাত একো খাব নোৱৰা হল, আৰু ঠেক ঠাইত থকাৰ নিমিত্তে ঠঁকালো বেঁকা হৈ গল।

---

## মন তম্ভিত হোৱা কথা।

**Suspension of the Mental Faculties.**

লণ্ডন নগৰৰ ডন নামে এজন ডক্তৰ চাহাবে তেকেৰি মানুহ এজনিৰ সৰ আচৰিত নৰিয়াৰ কথা সমাচাৰ পত্ৰত লিখিচে। সেই মানুহ জনিএ ললিংতন গাঁৱৰ আপোনাৰ ককাকৰ ঘৰত থাকি ১৮৪৩ সঁকৰ জুলাই ১৪ তাৰিখত এখান নৈৰ ওচৰত ফুৰোঁতে অকস্মিতে পানিত পৰিল। এক ঘণ্টাৰ পাচে মানুহে তাইক পাই তুলি বৰ স্রমেৰে জিয়ালে; কিন্তু আসকতিয়া হোৱাত লণ্ডন নগৰত আপোনাৰ ঘৰলৈ নৈ গল। ১১ দিনৰ পাচে কিবা বেদনাৰে বিমুৰ্চিত হৈ ৪ ঘণ্টা মান ঠৰ হৈ পৰি থাকিল; পাচে সাৰ পালত কথা কব সুনিব নোৱাৰে, আৰু গন্ধ লোৱাপো নে পাই, আৰু কাকো নি চিনি, আগৰ কথাও মো সোঁৱৰে। অকল চকুৰ দ্ৰিষ্টি আচে, আৰু সৰ্গাৰ গম পাই। আগৰ দৰে খোৱা বোৱা কৰিব পাৰিচিল; কিন্তু ঘ্ৰান নু বুজাত ভাল বেয়া একো বাচিব নোৱাৰে; চিকন লোৱাদ বস্তু খাই ক্ষেনে পাই, দৰৱ খালেও তেনে পাই। ক্ৰমে ক্ৰমে হাত লৰাই কাপৰ আদি আঙুৰি চিকুটিব ধৰিলে; তাতে পৰিয়ালে মেগেলাহে বোৱা পুৰনি টুপি তাইক দিয়াত ভাল পাই মেলি ভাল ভালকৈ পেলালে; পাচে গোলাপ ফুলো দিলত সেই ৰুপে ভাঙ্গি পাহ পাহ কৰিলে। নগৰত সৰহ ফুল পাবলৈ নাই কিয়া দেখি, সিহঁতে তাইক পুৰনি কাপৰ সি সি থাকিবলৈ সিকালে। এই ৰুপে লৰাৰ নিচিনাকৈ ৰাহিঁ ৰাহি সিকিব ধৰি-

লে; কিন্তু আগেয়ে লিখিব পঢ়িব পাৰিলেও এতিয়া এটি আখৰ চিনিব নোৱৰা হল। আৰু জেতিয়া পানি দেখে, সদাই বৰ ভই পাই কঁপিবলৈ ধৰে।

তাৰ চ মাহৰ পাচে গন্ধ পালে, আৰু কিচু কৰও পাৰিলত ককাকৰ ঘৰলৈ আৰুও গল, কিন্তু তাত থকা একো বস্তু নি চিনিলে। তাতে তাইৰ মিতিৰ জি ডেকা মানুহ আচিল, সি দেখিবলৈ আহি আহি থকাত তাইৰ বেথা লাগি বৰ মৰম কৰিলে; কিন্তু পাচে সি আন চোআলিক মৰম কৰিবৰ দেখি মনত বিৰকতি পাই জুলাই মাহত এদিন ঠৰ হৈ পৰি বহু বেলি বিমুৰ্চ্চিত হল, আৰু মৰিব বুলি মানুহে জানিলে; তথাপি সাৰ পালত আগৰ নিচিনা সকলো গুনেৰে পুৰ হল, কিন্তু সেই নৰিয়া থকা বচৰৰ ভিতৰত কি কি হল, ইয়াৰ একো নু বুজিলে, মনতো সোঁঅৰন নাই; পানিত পৰাৰ আগৰ কথাহে বুজে।

---

## আবৰ, বৰ আবৰ, মিৰি আৰু ডকুনাৰ বিৱৰণ।

Abors, Miris and Dophlas.—From the “Sketch of Assam.”

অসম দেশৰ উত্তৰে বৰ ওখ পৰ্ব্বতত বৰ আবৰবিলাক, তাতকৈ কিচু নামনিৰ পৰ্ব্বতত আবৰবিলাক থাকে। সিইঁত দেখিবলৈ সকত, ভয়ানক, আৰু মলিতা। আবৰ তিৰোতাৰ মুনিহৰ দৰে চুলিবোৰ দুই আঙুল চুটিকৈ কাটে, মুনিহ তিৰোতাৰ কান বিন্ধাই, আৰু তিৰোতাবোৰে তিদিত অনেক কটিক মনি পিন্ধে, আৰু হাতত কিলাকুঁটিলৈকে পিতলৰ খাৰু পিন্ধে। আঁঠুৰ পৰা তৰি উদঙে থাকে; কিন্তু কলাকুলৰ পৰা গাঠিলৈকে বেঁতৰ আজটি মেৰাই। আবৰইঁতৰ বৰুআ ৰভাৰৰ নিমিত্তে সকলো পৰ্ব্বতিয়া জাতিএই ভই কৰে; কিন্তু তেও সিইঁতে বৰ আবৰক অতি ভই কৰে। আন আন পৰ্ব্বতিয়া জাতিৰ দৰে আবৰবোৰৰ ডাঁৰি নাই, অৰ্থাত উধালি থাকে, কেৱল অলপ গোঁফ ৰাখে।

আবৰইঁতৰ অসংখ্য খেল আচে, আৰু প্ৰতি খেলেই আপোন আপোনাৰ ৰজা; একো গাঁৱত এশ ঘৰতকৈ বৰ্হা থাকে, আৰু ঘৰবিলাকত চাঙ থাকে, আৰু সিইঁতে জি বেঁতৰ সাঁকো কৰে, সি অতি আচৰিত। আবৰ ৰজাবিলাকে তিবেত দেসৰ পৰা অনা লোমৰ আঙৰখা আৰু একো তুথৰি লাঙটি পিন্ধে, কিন্তু সিইঁতৰ নাঙটা ঢাকিবলৈ নো জোৰে। সিইঁতে তিনি দৰৰ টুপি পিন্ধে, এবিধ মুদা বেঁতৰ, এবিধ দাঁতিত ভালুকৰ চাল মেৰাই, আৰু এবিধ হালধিয়া চালেৰে মেৰাই; কিন্তু আটাইবোৰ দেখাত অতি ভয়ানক। আবৰইঁতে কাঁৰ ধেনু লৈ ফুৰাই, আৰু দা জাঠিও নিএ। আবৰ ভাসা অতি কঠুৰ। সিইঁতে হাতি, গঁৰ, গাহৰি, ইত্যাদি খাই, কিন্তু গোমাংস নিখাই। সিইঁতে মজাটি লোম আৰু হাতি দাঁতৰ বেপাৰ কৰে।

১৮৩৫ ডিচেম্বৰ মাহত ২০০ আবৰে সৈতে এটা ৰজা নামি আহি সদিয়াৰ ওচৰত ৰহিবলৈ প্ৰাৰ্থনা কৰিচিল। পলিটিকল এজেণ্ট সাহাবে এই মাটি কম্পানিৰ বুলি জান নে, আৰু কম্পানিৰ সাসনৰ তলতিয়া হৈ থাকিবি নে বুলি সোধাত, সিইঁতে জানোঁ, আৰু জি অকথা কৰোঁ তাক ধৰি দিম বুলি কলে; কিন্তু খাজনা দিব লাগিব বুলি কোআত, সেইটো সিইঁতৰ নাই বুলি, প্ৰাৰ্থনা সিধি নো হোআত আৰুও উভতি গল। আবৰইঁত অতি হোজা আৰু অসভ্য, সিইঁতৰ কথা বাত্ৰা কঠুৰ সুনিবলৈ হই, কিন্তু তেও অহমিয়াবিলাকৰ নিচ আৰু মিচাকৈ গৌৰবান্বিত কৰা কথাতকৈ অনেক ৰুপে ভাল।

লখিমপুৰ আৰু বাচকটাৰ উত্তৰে জি সৰু সৰু পৰ্ব্বতবিলাক আচে, সেয়েই মিৰিইঁতৰ আদি ঠাই বুলি কই, আৰু তাৰে পৰা ভয়ামত আহি লাহে লাহে ৰহিচে। আবৰইঁতে মিৰিবিলাকক সিইঁতৰ তলতিয়া বুলি জানি সিইঁতৰ ভালেমান কৰ লই দেখি, সিইঁতে অনেক ভাগি আহি অসম দেশৰ ভয়ামত ৰহিচেহি। আবৰবিলাকে সিইঁতক ধৰি নিবলৈ এৰি নি দিয়াত ইংৰাজি সকলত সিইঁতৰ বৰ বিস্বাস হৈচে। দিহিঙ নৈৰ গুৰিত মিৰিইঁতৰ কেতবিলাক গাঁও আচে। মিৰিবিলাক অসভ্য, কিন্তু বৰ ভ্ৰমি আৰু হাবিৰ দাঁতিত থাকিবলৈ ভাল পাই; কিয়নো দুই এৰচৰ খেতি কৰিএই আৰুও ন মাটি খেতি কৰিবলৈ

পাই। সিইঁতে কাঁৰ ধেনু লৈ ফুৰাই, আৰু কাঁৰবোৰৰ বিস এনেহে, জে তাৰ আঁচোৰতে মানুহ মৰে। মিৰিৰ ভাসা প্ৰাই আবৰৰ দৰে। মিৰিহঁতে অনেক আফুৰ খেতি কৰি বেচে, কপাহো কৰে, আৰু সিইঁতৰ পৰ্ব্বতত মজাটি হই।

ডফলাৰ অনেক জাতি আচে, আৰু সিইঁত চাৰিদুআৰ, নদুআৰ, আৰু চইদুআঁৰত থাকে। সিইঁত নিচেই অসভ্য জাতি, আৰু পুৰ্ব্বে ভালেমান কেলেস দিচিল, অৰ্থাত ভয়ামৰ মানুহবোৰক লুটি মাৰি আৰু বচৰি নানা দৰে পচালৈ বহুত জাতনা দিচিল। এই পৰ্ব্বতিয়া জাতিএ লুটি মাৰি মানুহক জিবোৰ জিবোৰ জন্ত্ৰনা দিচে তাক কোআ বাহুল্য। সিইঁত একেটা অধিপতিৰ তল ন হই, কিন্তু সৰু সৰু খেলে পতি একোটা ৰজা আচে; আৰু সেই দেখি আটাইবোৰ ডফলা একে লগে নাহি, সৰু জুম বান্ধি আহি ভয়াম লুটে, আৰু গোলাম ধৰি নিচিল। ডফলাৰ ই খেল সি খেলেৰে ভাল নাই, আৰু কেতিয়াবা কেতিয়াবা সিইঁতৰ মাজতে বৰ বন লাগি কটাকটি কৰে। ডফলাইঁতৰ ধৰম, ৰিতি, চৰিত্ৰ, আৰু স্বভাৱৰ কথা আমি অদ্যাপিও ভালকৈ বুজ পোআ নাই।

ইং ১৮৪৬।৪৭ সকত ইংৰাজি গৱৰ্নমেণ্টত কিচু ধন বচৰি লবৰ নিৰ্ব্বন্ধে ডফলাইঁতে ভয়ামৰ মানুহক পচা তোলাৰ চলে ভকা দিবলৈ এৰিচে। ডফলাইঁত ভোটৰ দৰে ভয়ামত থাকিব নোৱৰা ন হই দেখি, কেতবিলাক পৰ্ব্বত এৰি ভয়ামত বসতি হৈ মাটি চহাই আন ৰায়তৰ দৰে খাজনা দিচে। চাৰিদুআৰত ১৮০ টাতকৈ ডফলা ৰজা কমি ন হই, সিইঁতে ১০২০ টকা বচৰি পাই; নদুআৰত ৫৮ টা ডফলা ৰজা আচে, সিইঁতে ১৫২৩ টকা, মুঠে ২৫৪৩ টকা বচৰি নিএ। পুৰ্ব্বে বচৰি সিইঁতে নামি আহি প্ৰতি ঘৰে ধন লৈচিল; কিন্তু এতিয়া সেইটো নিবাৰন হোআত ভয়ামৰ লোকৰ অনেক উপকাৰ হৈচে। আ.



# জাত্ৰিকৰ জাত্ৰা।

**The Pilgrim's Progress.**

এই জগতৰ অৰন্যৰ মাজে মই ফুৰি জাওতে জি এখন ঠাইত এটা গাত আচিল, এনে ঠাই পালোহি। তাতে পৰি সুই থাকোঁতে এক সমাজিক দেখিলোঁ। গাত ফটা চটা কাপৰ পিন্ধি, আপোনাৰ ঘৰৰ ফাললৈ পিঠি দি, হাতত এখন পুথি ধৰি, পিঠিত বৰ গধুৰ বোকোচা বন্ধা থিয় হৈ থকা এটা মানুহক দেখিলোঁ। তাক চাই থাকোঁতে পুথি মেলি পৰ্হিবৰ দেখিলোঁ; আৰু পৰ্হি চাই সি কঁপি কঁপি কান্দিবলৈ ধৰিলে। পাচে আৰু নিজম দি থাকিব নোৱৰাত সি বৰ অসন্তোস মাতেৰে এটাহ্ পাৰি বুলিলে, মই কি কৰিম?

এনে অৱস্থা হলত সেই মানুহ ঘৰলৈ গৈ আপোন লৰা তিৰোতাই নু বুজিবলৈ জিমানলৈকে পাৰিচিল আপোনাৰ পেটত দুখ দমনকৈ ৰাখি থৈচিল; কিন্তু অসন্তোস বাৰ্হি গলত সৰহ কাল ৰাখিব নোআৰিলে; এই হেতুকে ক্ৰমে তিৰোতা আৰু লৰাৰ আগত পেট ভাঙ্গি এই ৰূপে কবলৈ ধৰিলে, বোলে, অ মোৰ প্ৰিয়া, আৰু মোৰ পেটৰ লৰাটিইঁত, তোমোলাকৰ অতি বেথাৰ মিতিৰ জি মই, মই সৰ্ব্বনাস হৈচোঁ; কিয়নো মোৰ ওপৰত এটা বোজাই হেঁচি ধৰি আচে; আৰু মই বাতৰা পাই স্বৰূপকৈ জানিচোঁ, আমাৰ এই নগৰ স্বৰগৰ জুইৰে পুৰি জাব; সাৰিবলৈ জদি কোনো উপাই নোলাই, সেই ভয়ঙ্কৰ বিনাসৰ কালত তুমি মোৰ ঘৈনি, আৰু মোৰ প্ৰিয় লৰাটিইঁত, তোমোলাকো মোৰে সৈতে বৰ দুখেৰে সৰ্ব্বনাস হবা; এতিয়া হলে একো উপাই নে দেখোঁ। এই কথা সুনি তাৰ পৰিয়ালৰ বৰ উকমি লাগিল; তাৰ কথা স্বৰূপ বুলি পতিয়ালে, এনে ন হই; তাৰ মুৰত পাগল বায়ু সোমাই বুলিয়া কৰা জানিলে। তাতে গধুলি বেলি হোআত টোপনিত মুৰৰ বায়ু নাম্ভ হব বুলি আসা কৰি বেগাই খাটত সুআই থলে; কিন্তু দিনত জেনে দুখ, ৰাতিও তেনে; এই কাৰনে টোপনিএ ন ধৰি দিঘল নিস্বাস, চকুৰ লোএৰে নিসা নিয়ালে। পাচে ৰাতি পুআলত তোমাৰ

কেনে হৈচে বুলি সিহঁতে সুধিলে। সি কলে, বোলে, কেৱল বেয়া। পাচে সিহঁতক আগৰ দৰে কথা কবলৈ ধৰাত সিহঁতৰ টান মন হৈ আও কাঁন কৰিলে; আৰু চোকা কঠিন বেৱহাৰেৰে ইয়াৰ ৰোগ গুচাম বুলি মনেৰে পাঙিলে; কেতিয়াবা তাক নিন্দা কৰে, কেতিয়াবা ভাবি দিএ, কেতিয়াবা এৰি, তাৰে সৈতে একো নকই। এই হেতুকে সিহঁতলৈ মৰম লাগি, সিহঁতৰ নিমিত্তে প্ৰাৰ্থনা কৰিবলৈ আৰু আপোন দুখৰ সোক কৰিবৰ নিমিত্তে সি আপোনাৰ খোঁটালি সোমাই সোমাই থাকিবলৈ ধৰিলে। আৰু কেতিয়াবা পুথি পঢ়ি, কেতিয়াবা প্ৰাৰ্থনা কৰি, খেতি পথাৰত অকল সৰে ফুৰি ফুৰি থাকে। এই ৰূপে কেতখনি দিন কাল নিয়ালে।

পাচে এদিনা পথাৰত ফুৰি আপোন আচাৰৰ দৰে পুথি পঢ়ি মনে বৰু অসন্তোস হোৱা তাক দেখিলোঁ; আৰু পঢ়ি চাওতে আগৰ দৰে ফুটাই এটা হ পাৰি বুলিলে, পৰিত্ৰান পাবলৈ মই কি কৰিম? আৰু ইফালে সিফালে চাই লৰ মাৰি জাব খোজা জেন তাক দেখিলোঁ; কিন্তু কোন বাটে জাম, ইয়াক বুজিব নোৱাৰি ৰৈ আছিল। তেতিয়া উপদেসক নামে এজন মানুহক তাৰ ওচৰলৈ জাবৰ দেখিলোঁ; সি তাত সুধিলে, বোলে, তুমি কিয় কান্দিচা? সি কলে, হে আতা, মোৰ হাতত জি পুথি আচে, তাৰে বুজিচোঁ, মই মৰিবলৈ দণ্ডৰ আগ্যা আচে, তাৰ পাচে সোধলৈ আহিব লগা, তাক কৰিবলৈ মোৰ ইচা নাই, ইয়াকো কৰিবলৈ সক্তি নাই, মই বিবেচনা কৰি ইয়াকে জানোঁ।

তেতিয়া উপদেসকে কলে, জিয়াই থকাত কত দুখ আচে, ইয়াকে দেখি, কিয় মৰিবলৈ ইচা নাই? তাতে সেই মানুহে উত্তৰ কৰিলে, কাৰন এই, মোৰ পিঠিত জি ভাৰ আচে, সি মোক মৈদামতকৈ তললৈ নিব, আৰু মই পতালত পৰিম, ইয়ালৈ মোৰ ভই। হে আতা, মই জদি বন্দিসালত সোমাবলৈ জুগুত ন হঁও, তেন্তে সোধলৈ আৰু তাৰ পৰা দণ্ডলৈকো জাবলৈ কোনো মতে সমৰ্থ ন হঁও; এইবিলাক কথা ভাবিএই কান্দোঁ।

তেতিয়া উপদেসকে কলে, তোমাৰ জদি এনে অৱস্থা হই, কি কাৰনে থিয় হৈ ৰৈ আচা? সি উত্তৰ কৰিলে, কোন পোনে জাব লাগে, তাক মই নে জানোঁ। তেতিয়া উপদেসকে তাক এখন নুৰিওৱা চাল দিলে; তাৰ ভিতৰ ফালে এনে লিখা আছিল, "আগলৈ হব লগা ক্ৰোধৰ পৰা পলাই জাবা।" সি তাক পঢ়ি উপদেসকলৈ একে ঠৰে চাই সুধিলে, কোন ফাললৈ পলাব লাগে? তাতে উপদেসকে এখান বহল পথাৰৰ সি ফাললৈ আঙুলিৰে পোনাই দেখুৱাই বুলিলে, সৌ খন সৰু দুৱাৰ দেখিচা নে? সি কলে, নে দেখোঁ। তেতিয়া আকও সুধিলে, সৌ খিনে জলি থকা দিপ্তি, তাক দেখিচা নে? সি বুলিলে, মই দেখোঁ জেন কৰে। তেতিয়া উপদেসকে কলে, সেই দিপ্তি তোমাৰ চকুত লগাই ৰাখি তালৈ পোনাই গৈ থাকিবা, তেহে দুৱাৰ দেখিবা; তাত চপৰিয়ালে তুমি কি কৰিব লাগে, তাক তোমাত কোৱা জাব।

সেই ৰূপে মই সপোনকত দেখোঁতে সেই মানুহে লৰিবলৈ ধৰিলে। আপোনাৰ ঘৰৰ পৰা বৰ আঁতৰ নৌ হঁওতে লৰা তিৰোতাই তাক জোৱা দেখি, বিজিয়াই বিজিয়াই উভতি আহিবলৈ মাতিলে; কিন্তু সি কানত লোপা দি, পৰম আয়ুস, পৰম আয়ুস, অনন্ত পৰম আয়ুস বুলি লৰি গৈ, পাচলৈ নে চাই পথাৰৰ মাজলৈ পলাই গল।



আমেৰিকা দেশৰ খালি দিয়া নৈত ঘোঁৰাই টনা নাও উটাৰ নকচা।

Boat drawn by Horses on the American Canals.



**কলঙ্গ নৈৰ ওপৰত কাঠৰ দলঙ্গ।**

Wooden Bridge over the Kolong, at Nowgong

হিন্দুস্থানৰ মাজত অসমিয়া লোকতকৈ এই কম্পানিৰ দিনত কোনো সুভাগ্য নাই। পূৰ্ব্ব কালত পাত্ৰ মন্ত্ৰিৰ দন্দ লগাৰ দোআৰাই অতি দুখ পাই প্ৰায়ে নষ্ট হল; পাচে মানে আক্ৰমন কৰি দেসৰ প্ৰজা কাটি মাৰি তাডনা কৰি ধৰি নিয়াত আটাই মানুহতকৈ দুখি হল, আৰু কিচু কাল থকা হলে দেস গুচিলেইহেঁতেন। এনে অৱস্থা হলত ইশ্বৰৰ অনুগ্ৰহৰ দোআৰাই ইংৰাজি লোক আহিসিবিলাকৰ উপকাৰ কৰি সেই অতি নিৰ্দ্দয়া সত্ৰুক অনেক বাৰ জিকিলত পাচে চাঙ্গিৰিৰ আগেৰে খেদাই দিলে। সেই দিনৰে পৰা ক্ৰমে ক্ৰমে দেস ধনৰ সুখ বাৰ্হি বাৰ্হি গৈচে, আৰু অধিকাৰবিলাকে প্ৰজাবিলাকৰ কিমান হিত কৰে, তাৰ সকলো মানুহ সাখি হৈচে। এতিয়া হলে জিলাই পতি আলি দলঙ্গ আদি সকলোৰে হিত কৰা অনেক কৰম দেখা গৈচে।

এই কৰমৰ মাজত নগাঁৱৰ জিলাত কলঙ্গ নৈৰ ওপৰে দিয়া কাঠৰ দলঙ্গ প্ৰধান হৈচে। সেই দলঙ্গ ১৮৪৭ ইং সকৰ এপ্ৰিল মাহত শ্ৰীযুত বটলৰ চাহাবৰ দোআৰাই পুৰ কৰা হল। ওপৰে তাৰ মাজ ডোখৰৰ কিচুমানৰ নকচা লিখা আচে। সেই দলঙ্গ ৪০৪ হাত দিঘল, ২০ হাত ওখ, বহলে ১১ হাত। তাৰ সকলো খুঁটা সাল কাঠৰ, ২৭ হাত ওখ; তিনি সাৰিকৈ ৭ হাতৰ আঁতৰে পোতা হৈছে। মাটিত সোমাবৰ নিমিত্তে খুঁটাৰ গুৰি জোঙ্গা কৰিচে, পোত হৈচে ৭ হাত; ঠায়ে ঠায়ে খুঁটা থিয় কৰি তাৰ আগত লেজু বান্ধি অনেক মানুহে কচালি ইফাল সিফালকৈ কচালি থকাত এইমান দ হৈ খুঁটা বহিচে। ওপৰৰ নকচাত কলা ডোখৰ মাটি; তাৰ ওপৰত অলপ বগা ডোখৰ পানি, খৰালিত ২।৩ হাত দ; বাৰিখাৰ ঢলত তাতকৈ ১৩ হাত ফুটৰ আঁকলৈকে

পানি উঠে; তলে নাও সৰকিবৰ নিমিত্তে দলঙ্গ-ৰৈ আৰু ৪ হাত মাখোন থাকে। খুঁটাৰ কানত বগা ভোখৰ জি দিঘল চতি দেখা জাই, তাক সিজি মুৰি জোৰা দি ইপাৰে সিপাৰে টাঁকি লগাই দিচে। তাৰ ওপৰত পথালি গৰ, নকচাত কলা কলা মুৰবিলাক দেখে; তাৰ ওপৰত দলঙ্গৰ পাট। আৰু মানুহ ন পৰিবলৈ দুই দাঁতিএ পাটৰ জেওৰা সাজিচে, তথাপি সেই জেওৰা এতিয়া এঁটোআ নাই, কিন্তু ডেৰ বচৰৰ পৰা নিত্তৌ নিত্তৌ বহু মানুহ সদাই পাৰ হৈ আচে।

এই কৰমৰ পৰা দেখিচোঁ, নগাঁও জিলাত থকা মানুহবিলাকৰ অতি উচাহেৰে ভাল মন হৈচে। কিয়নো সেই দলঙ্গ সজাত মৌজাদাৰ আদি সকলো ভদ্ৰলোকে গোট খাই চান্দা কৰি ধন তুলি দিলে; ১৮৪৬ সঁকৰ মেই মাহত দাঁতিপাৰৰ হাবিৰ গচ কাটি সকলো মানুহে একে লগে টানি উলিয়াই, চেপ্তেম্বৰ অক্তোবৰ এই দুই মাহত ৪৮০ খুঁটা আনি দিলে। এই ৰুপে সকলো জিলাৰ মানুহে গোট খাই আলচ কৰি বৰ বৰ কৰম কৰিবলৈ ধৰিলে, দেস অতি সুখিয়া হই; তথাপি হাই হাই, মানতকৈও এক সত্ৰু আচে; কানি খাবলৈ নেৰিলে ভাল কাৰ্জত ধন দিবলৈ নে পাই।

---

আমেৰিকাৰ দেসাধিপতিএ ৰাজ নগৰত মেলুআইৰ আগত জি প্ৰসঙ্গৰ কথা কই, তাক বিদুলিৰ ডাকেৰে এক মিনিটত উনস উনস আখৰৈক পঠাই সেই দিনাই দেস খনতে বাত্ৰা চাপি চাপি বুজা হৈচে।



আমেৰিকা দেসৰ আদি বাসি লোক।

North American Indians.

Almanac for December, 1848.

## ডিচেম্বৰ মাহৰ পঞ্জিকা।

খ্ৰিং অং ১৮৪৮। হিন্দু সঁক ১৭৭০।

| | ডিচেম্বৰ | আঘোন | সুৰ্জোদই | সুৰ্জাস্ত | চন্দ্ৰাংস | চন্দ্ৰাস্ত |
|---|---|---|---|---|---|---|
| সুকুৰ | ১ | ১৭ | ৬।৩৬ | ৫।৩ | ৬ | ১০।১৮ |
| সনি | ২ | ১৮ | ৬।৩৬ | ৫।৩ | ৭ | ১১।১৩ |
| দেও | ৩ | ১৯ | ৬।৩৭ | ৫।৩ | ৮ | পুআ |
| সোম | ৪ | ২০ | ৬।৩৮ | ৫।৩ | ৯ | ০।১০ |
| মঙ্গল | ৫ | ২১ | ৬।৩৯ | ৫।৩ | ১০ | ১।৮ |
| বুধ | ৬ | ২২ | ৬।৩৯ | ৫।৩ | ১১ | ২।৯ |
| ব্ৰিহস্পতি | ৭ | ২৩ | ৬।৪০ | ৫।৪ | ১২ | ৩।১০ |
| সুকুৰ | ৮ | ২৪ | ৬।৪১ | ৫।৪ | ১৩ | ৪।১০ |
| সনি | ৯ | ২৫ | ৬।৪২ | ৫।৪ | ১৪ | চন্দ্ৰোদই |
| দেও | ১০ | ২৬ | ৬।৪২ | ৫।৪ | ১৫ | ৫।৪৯ |
| সোম | ১১ | ২৭ | ৬।৪৩ | ৫।৫ | ১৬ | ৬।৫০ |
| মঙ্গল | ১২ | ২৮ | ৬।৪৩ | ৫।৫ | ১৭ | ৭।৫৩ |
| বুধ | ১৩ | ২৯ | ৬।৪৩ | ৫।৫ | ১৮ | ৮।৫২ |
| ব্ৰিহস্পতি | ১৪ | ৩০ | ৬।৪৪ | ৫।৫ | ১৯ | ৯।৫২ |
| | | পুহ | | | | |
| সুকুৰ | ১৫ | ১ | ৬।৪৫ | ৫।৫ | ২০ | ১০।৪৮ |
| সনি | ১৬ | ২ | ৬।৪৬ | ৫।৬ | ২১ | ১১।৪২ |
| দেও | ১৭ | ৩ | ৬।৪৬ | ৫।৬ | ২২ | পুআ |
| সোম | ১৮ | ৪ | ৬।৪৭ | ৫।৭ | ২৩ | ০।৩৫ |
| মঙ্গল | ১৯ | ৫ | ৬।৪৮ | ৫।৭ | ২৪ | ১।২৫ |
| বুধ | ২০ | ৬ | ৬।৪৯ | ৫।৮ | ২৫ | ২।১৫ |
| ব্ৰিহস্পতি | ২১ | ৭ | ৬।৪৯ | ৫।৮ | ২৬ | ৩।৭ |
| সুকুৰ | ২২ | ৮ | ৬।৫০ | ৫।৯ | ২৭ | ৩।৫৮ |
| সনি | ২৩ | ৯ | ৬।৫০ | ৫।৯ | ২৮ | ৪।৪৯ |
| দেও | ২৪ | ১০ | ৬।৫১ | ৫।৯ | ২৯ | ৫।৪০ |
| সোম | ২৫ | ১১ | ৬।৫১ | ৫।১০ | ০ | চন্দ্ৰাস্ত |
| মঙ্গল | ২৬ | ১২ | ৬।৫২ | ৫।১০ | ১ | ৬।২৭ |
| বুধ | ২৭ | ১৩ | ৬।৫২ | ৫।১১ | ২ | ৭।২০ |
| ব্ৰিহস্পতি | ২৮ | ১৪ | ৬।৫২ | ৫।১১ | ৩ | ৮।১৪ |
| সুকুৰ | ২৯ | ১৫ | ৬।৫২ | ৫।১২ | ৪ | ৯।৯ |
| সনি | ৩০ | ১৬ | ৬।৫৩ | ৫।১২ | ৫ | ১০।৫ |
| দেও | ৩১ | ১৭ | ৫।৫৩ | ৫।১২ | ৬ | ১১।৩ |

৯ দিনৰ পুআ ৪। ২ বজাত পুৰ্নিমা।

২৫ দিনৰ ভাটি ১০।৪০ বজাত আমাবাস্যা।

*The* ORUNODOI, *Printed and Published monthly, at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

ত্ৰিতিয় চোঅা। মো° সিৱসাগৰ, ডিচেম্বৰ ১৮৪৮ খ্ৰি° অ° সক। নম্বৰ ১২।

VOL. III. SIBSAGOR, ASAM, DECEMBER, 1848. No. 12.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

হেলেন নামে এখান জাহাজ ১১ নৱেম্বৰ তাৰিখত কলিকতা এৰি গলত ভাপ জাহাজে টানি নিয়াত নদিএ ভটিয়াই জাঁওতে সেই গদুলিতে বামত লাগি ভাগিল। মানুহবিলাকে ভাপ জাহাজত উঠি ৰখ্যা পৰিল।

কলিকতাৰ এজন ডক্তৰ চাহাবে এজনি চোআলিৰ কিবা ৰোগ কাটি গুচাবৰ নিমিত্তে মুৰ্চিত কৰা দৰৱ খুআলত তাই মৰিল।

কটক নগৰৰ ফাটকত ৰাখি থোৱা ১৭। ১৮ জন কইদিএ ২৩ অক্তোবৰত সিহঁতৰ ৰখিয়া তিনটা কাটি মাৰিলে, আৰু দুটামান খুন কৰিলে, পাচে তৰোআল জাঠি লৈ ওলাই নগৰৰ পৰা নদিৰ সি পাৰলৈ গল। তেতিয়া গদুলি বেলাত চিপাহিএ কেৰাজ কৰি আছিল; সিবিলাকে তাকে দেখি খেদি গৈ উলটি আহিবলৈ মাতিলে। তাতে সিহঁতে খঙ্গ হৈ চিপাহিবোৰক আক্ৰমন কৰি জুধ কৰিবলৈ ধৰিলে; তেতিয়া চিপাহিএ গুলি দি মৰাত ১৫ জন মৰিল, আৰু এটা ঘা লগাত পাচ দিনা মৰিল।

পেসাৱৰৰ নগৰত মেজৰ লৰঞ্চ সেনাপতি পঞ্জাবি সেনাই সৈতে থাকোতে চৰ্দাৰ চতৰচিঙ্গ নামে দ্ৰোহিয়া এজনে অস্ত্ৰ সস্ত্ৰই সৈতে আহি পঞ্জাবি সেনাবোৰক ফন্দেৰে ভুলালত সিহঁতৰ কেতবিলাকে অধিকাৰৰ অহিতে দ্ৰোহ আচৰিলে। পাচে সিহঁতৰ ওপৰত জি পঞ্জাবি সেনাবিলাক আছিল, সিবিলাকে সেই দ্ৰোহৰ কথা নু সুনে; তথাপি দ্ৰোহিয়াবোৰ সৰহ হোআত দমিব নোআৰি সিহঁতৰ হাতত নগৰ এৰি দিলে।

পঞ্জাব দেসৰ স্ৰিকোট নামে এক ঠাইতে কাপ্তান আবট চাহাবে চিপাহিএ সৈতে ৰাখি থাকোঁতে চতৰ চিঙ্গ চৰ্দাৰে অনেক সেনাই সৈতে কোঁঠ আক্ৰমন কৰিবলৈ ধৰিলে, কিন্তু লব নোআৰিলত হুহকি গল; তাৰ ৯০ মৰিল, ২০০ খুন হল।

৬ আৰু ৭ নৱেম্বৰত মুলতান ৰজাই কম্পানিৰ সেনাই সৈতে জুধ কৰিবলৈ তাৰ সেনাবিলাকক পঠালত সিহঁতে ওচৰলৈ আহি জুধৰ আৰম্ভন কৰিলে, কিন্তু হাৰিলত সিহঁতৰ ৯ টা বৰ টোপ চিপাহিএ নিলে। সিহঁতৰ মৰা ৭০, খুন হোআ ৪।৫০০।

২২ নৱেম্বৰত সৈন্যবিলাকে সত্ৰুক খেদি জোআত সিহঁতে চেনাব নদিৰ সিফাললৈ গৈ কোঁঠ বান্ধি অনেক বৰ টোপ পাতিলে। পাচে চিপাহিবিলাকে গৈ কেতবিলাকক ই পাৰে কেতবিলাকক সি পাৰে দেখা পাই জুধৰ আৰম্ভন কৰিলত দুয়ো দল সমুখা সমুখি হৈ নদি মাজত হৈ গুলিয়া গুলিকৈ আছিল, আৰু জিবিলাক সত্ৰুক ই পাৰে পালে সেইবোৰক নদিৰ সি পাৰলৈ খেদালে। কম্পানিৰ ১৩০ মানুহ মৰা আৰু খুন হল; জেনৰল কিউৰ্তন আৰু আন এজন প্ৰধান সেনাপতিও মৰিল।

বাট বুজিবৰ নিমিত্তে সৈন্যৰ কেতবিলাক পলটন বেলেগ হৈ জাঁওতে ৩।৪০০০ সত্ৰু পাই জুধ কৰি ৬০ মান মাৰিলত, সিহঁতে ভাগি গৈ কালোআলা নামে এক কোঁঠত আস্ৰই ললে। পাচে জেনৰল হুইলৰ চাহাবে বৰ টোপে সৈতে আন সেনা লৈ আহি কোঁঠত জুধ কৰিলে; পাচে সিহঁতৰ ২।৩০০ মানুহ মৰিলত কোঁঠ পালে।



দখিন আফ্রিকাত থকা হটন্তত লোকৰ গাঁওবিলাকৰ নকচা।
Hottentot Villages of Southern Africa.

কেপ গুড হোপৰ ওচৰত থকা বোৱৰ লোকে দ্রোহ কৰিলত চৰ হেৰি স্মিথ গবর্নৰ চাহাবে ২৬ আগষ্টত অৰিঞ্জনদি পাৰ হৈ সিইঁতক খেদি ২৯ তাৰিখত লগ পালে; তাতে এপৰ বেলি মান যুধ কৰিলত সিইঁত পৰাস্ত হল। সিইঁতৰ মৰা ৪৯, খুন হোআ ১৫০; ইংৰাজিৰ মৰা ১১, খুন হোআ ৪৬। আৰু জি দুজন ঘাই দ্রোহিয়া পালে সিইঁতৰ প্রান দণ্ড আগ্যা কৰিলে। এতিয়া বোৱৰ, হটন্তত, কাফিৰ আদি কৰি সকলো দখিন আফ্রিকা ইংৰাজিৰ দখল হৈছে।

চুমাত্রা উপদিপৰ বাতাবিয়াৰ নগৰৰ জর্মানি অধিকাৰে বালিৰ মাজুলিৰ ডকাইত মাৰিবৰ নিমিত্তে জাগাৰাগা নামে এক কোঠলৈ অনেক সেনা জাহাজে লৈতে পঠালে। পাচে তাক পাই সিবিলাকে কোঁঠ আক্রমন কৰি ১২০০ সেনা কোঁঠত সোমালত ডকাইত সৰহ হৈ সিহঁতক জিনি প্রায়ে সকলোকে মাৰিলে। আৰু বাহিৰত জিবিলাক থাকিল সইবিলাক হুহকি গুচি গল।

ইশ্বৰে পুর্ব কালে নষ্ট কৰা চিদোম আৰু আমোৰা নগৰ জি ঠাইতে আছিল, তাতে এতিয়া লোনৰ বৰ সৰোবৰ আছে, তাক মৰা সাগৰ বোলে। কাৰন তাৰ পানিত কোনো মাচ বা অন্য জিয়া বস্তু থাকিব নোআৰে, তাৰ পানি এইমান চোকা। সেই সৰোবৰ মহলা কৰিবৰ নিমিত্তে লেপ্তেনন্ত লিঞ্চ নামে এজন আমেৰিকান চাহাবে এখন তামৰ এখন লোৰ দুখন সৰু নাও এক জাহাজত তুলি ভুমাজৰ সমুদ্রে দি গৈ য়িহুদা দেস পালেগৈ। তাতে বামত উঠি মানুহ কেওবোৰ আৰু সৰু বাও দুগান লৈ অনেক স্রমকৈ সেই দেসৰ পর্বতৰ পাৰ হৈ জি সৰোবৰ তিবেৰিয়া সাগৰ বুলি খিয়াতি হই, তাতে নাও তৈয়াৰ কৰি এপ্রিল ৯ তাৰিখত পা[illegible]দি জাত্রা কৰিবলৈ ধৰিলে। তেতিয়া সৰোবৰৰ [illegible]া ওলাই য়র্দান নদি ভটিয়াই মৰা সাগৰত [illegible]মাল। তিবেৰিয়া সাগৰৰ পৰা মৰা সাগৰলৈ পোন বাটে দি গলে ৬০ মাইল হই; কিন্তু নদিএ গলে ২০০ মাইল হই, য়র্দান নদি এইমান বেকা পাক হৈ জাই। মৰা সাগৰ সোমাই তাৰ পানি লোনেৰে অতি চোকা, তিতা আৰু গধুৰ পালে। জেতিয়া চৌৱে নাৱত আফাল মাৰে পানিৰ চিটিকা ন হই, পগোআ সিহৰ নিচিনা গধুৰ। তিবেৰিয়া সাগৰতকৈ মৰা সাগৰ ৭৭৭ হাত চাপৰ। আৰু বৰ দ; উত্তৰ ভাগত ৭৫২ হাত দ, তাৰ তল মাটি প্রাই সমান হই। কিন্তু দখিন ভাগে জতে চিদোম আমোৰা আছিল, তাৰ দ ১২ হাত মাথোন। সেই সাগৰৰ ওচৰত গচ আদি একো নাই, কেৱল লোন থাকে। আৰু তাৰ ওচৰত কোনো জন্তু নে থাকে, কেৱল দুটামান হাঁহ তাৰ ওপৰত দেখিলে।

## ধৰমৰ কথা বাৰ্ত্তা।

Religious Intelligence.

নবেম্বৰ প্ৰথম দেও বাৰত কলিকতা নগৰত তিনি ঠাইতে ৭ জন মানুহ মণ্ডলিবোৰত গ্ৰহন কৰিলে; সিবিলাকৰ মাজৰ দুজনক চুৰাতালি নামে বঙ্গালি মণ্ডলিৰ ৰখ্যকৰ হতুআই বুৰ দিয়া হৈছিল; অন্য বঙ্গালি গির্জাত এজন, আৰু ইংৰাজি গির্জাত ৪ জন মণ্ডলিত সোমাল।

মগ দেসত থকা আবট নামে কাৰেন মণ্ডলিৰ ৰখ্যক এজন পাদুৰি চাহাবে আমেৰিকা দেসলৈ জাওতে মণ্ডলিৰ দুজন কাৰেন ৰখিয়াৰ বাহিৰে কাকো এৰি ন থলে; তথাপি সেই দুজন ৰখ্যক আৰু আন আন উপদেসক জন চাৰেকে কির্ত্তন কৰি কৰি খ্ৰিষ্টিয়ান ধৰমত অনেক লোকক সিকাই বিস্বাস কৰাইছিলে। পাচে আবট চাহাবে আকও আহি অতি আনন্দেৰে সিবিলাক সকলোকে ধৰমত থিৰ হৈ থকা পালে। আৰু ভুৱেইপো নামে সেই ৰখ্যকৰ এজনে ৬০০ সিস্য বুৰ দিয়াই মণ্ডলিত গ্ৰহন কৰিলে। আৰু মিয়াতকিয় নামে সেই আন জন ৰখ্যকে ৫৫০ টা বুৰ দিয়াই সিবিলাকক বেলেগ বেলেগ মণ্ডলিত গোট খুআই সিবিলাকৰ প্ৰতি মণ্ডলিৰ ওপৰত উপদেসক পাতি থলে। সেই ৫৫০ জন সিস্য প্ৰাই মান ৰজাৰ দেসৰ ভিতৰ; তাতে মানৰ অধিকাৰে সিবিলাকক ধৰমৰ নিমিত্তে বহু দুখ দিএ, আৰু আন আন ঠাইতো ১২০০ মান সিস্যে বুৰ পাবলৈ আসা কৰি ৰখিয়াবোৰ সিবিলাকৰ আপোন আপোন গাঁৱলৈ আহিবৰ নিমিত্তে বাট চাই আছে। এতিয়া সেই দেসত কির্ত্তন কৰা তেৰ কুৰিতকৈ অধিক উপদেসক আছে, আৰু সিসাৰ সংখ্যা ৫০০০ পাঁচ হেজাৰ মান হল, সিবিলাকৰ ১০০০ এহেজাৰ ইংৰাজি দখল কৰা মগ দেসত আছে, মান দেসৰ ভিতৰতে ৪০০০ আছে। মান দেসলৈ মিস্যনেৰি চাহাব জোআৰ এতিয়া ৩৬ বছৰ মাখোন হল; সেইমান কালতে ঈস্বৰে মানুহলৈ দায়া কৰি এনে ৰূপে সাস্ত্ৰৰ বচন সিদ্ধি হবলৈ আপোনাৰ বাক্য এই প্ৰিথিৱিত বাঢ়িবলৈ সক্তি দিছে।

মলমাইন নগৰত ২ জুন তাৰিখত ২০ জন কাৰেন মানুহ খ্ৰিষ্টত বিস্বাসি হৈ বুৰ পালে। পাচে ১৩ আগষ্টত আৰু এজনে পালে। ৮ অক্টোবৰ তাৰিখত সেই নগৰৰ তিৰোতা মানুহ একনি আৰু পাচে এক দেও বাৰত ৮ জন মানুহ ইংৰাজি মণ্ডলিত গ্ৰহন কৰা হৈ বুৰ দিয়া হল।

মলমাইনৰ দখিন কালে তাৰৈ নগৰৰ ওচৰত মান আৰু কাৰেন লোকৰ মুঠে আঠোটা মণ্ডলি আছে; জোআ বছৰত ২৮ জন বিস্বাসি হৈ মণ্ডলিত সোমাল; মণ্ডলিৰ লোক আঠ জন মৰিল; মুঠে এতিয়া ৭৮২ জন খ্ৰিষ্টিয়ান মানুহ আছে। সেই ঠাইতে সুভ বাৰ্ত্তা কির্ত্তন কৰিবলৈ আৰম্ভন হবৰে পৰা একুৰি বছৰ মাখোন হল।

---

## ইংৰাজি আৰু হিন্দুৰ মাহ দিন মিলোআৰ ক্ৰম।

Comparison of the European and Hindu Calendar.

প্ৰভু যিচু খ্ৰিষ্ট অৱতাৰ হোআৰ পৰা ইংৰাজিএ সক ধৰি লিখাত এতিয়া ১৮৪৮ বছৰ হল। হিন্দুবিলাকে সকাদিত্য ৰজাৰ দিনৰে পৰ ধৰি লিখাত সিবিলাকৰ সক ১৭৭০ হৈছে। হিন্দুৰ চক্ৰতে সক সলনি হৈ বহাগৰ পৰা বছৰৰ পুনৰ লেখ ধৰে; কিন্তু ইংৰাজিৰ ডিচেম্বৰ অৰ্থাত পুহত সক সলনি হৈ জানুআৰিৰ পৰা বছৰৰ পুনৰ লেখ ধৰে; সেই নিমিত্তে হিন্দুতকৈ ইংৰাজি সক তিনি মাহৰ আগ। ইংৰাজিৰ মাহৰ ১২।১৩ দিনৰ আগ হোআত মাহৰ প্ৰথম তাৰিখত জানুআৰিৰ ১৩ দিন হয়; প্ৰথম বহাগত এপ্ৰিলৰ ১৩ দিন; এই ৰূপে সকলো মাহ আৰু পাচ হল। তাৰ কাৰন এই; আগৰ জোতিসিয়াই প্ৰতি বছৰে প্ৰাই ৩৬৫ দিন আৰু দুপৰ অৰ্থাত ৬ ঘণ্টা লিখিছিল; সেই ক্ৰমেই হিন্দু আৰু ইউৰপৰ আটাই লোকে বছৰৰ সংখ্যা ধৰি চলি আছিল। পাচে ইউৰপৰ জোতিসিয়াই ঠিককৈ গননা কৰি বছৰত ৩৬৫ দিন ৫ ঘণ্টা ৪৮ মিনিট আৰু এক মিনিটৰ ১০ ভাগৰ ৮ ভাগ হোআ জানি, ১০০ মান বছৰত এদিন বাঢ়ি জোআত তেতিয়াই ১০ দিন বৰ্হা পালে। তাতে

কমিয়া বজাই সেই আউন তাজিবলৈ ১৫৮২ সঁকৰ পৰা ১০ দিন কাটি গুচালত সেই বচৰৰ ৩৫৫ দিন মাথোন হল। কচিয়া দেসৰ বাহিৰে ইউৰপৰ সকলো লোকে সেই নতুন ক্রমত চলি আচে, কিন্তু কচিয়া মানুহে হিন্দু মতে পুৰনি ক্র মতে এতিয়ালৈকে প্রবর্ত্তিচে। আৰু সংক্রান্তিও আগৰ ক্রমৰ পৰা লৰিল; প্রথমতে মহা বিসুৰ সংক্রান্তিত অর্থাত জি দিনত সুর্জ উত্তৰায়ন হোআত দিন ৰাতি সম হই, সেই দিনাই বহাগৰ সংক্রান্তি আৰু নতুন বচৰো হই। জি সময়ত দিনে ৰাতিএ সমান হই, সেইটেই ঠিক সংক্রান্তি, আন সকলোবোৰ লৰ।

ইংৰাজিৰ মাহ হলে ফেব্রুআৰিৰ বাহিৰে ইবোৰ মাহত দিনৰ লৰ নাই। ফেব্রুআৰিৰ প্রাই ২৮ দিন; কিন্তু ৪ বচৰৰ মুৰত, অর্থাত ১৮৪৪, ৪৮,৫২, এইবিলাক সঁকত এদিন বাঢ়ি ২৯ হই। তথাপি স বচৰ পুৰ হোআ সঁকত ফেবৰুআৰিৰ দিন নে বাঢ়ে, ৪ স বচৰৰ মুৰতহে বাঢ়ে।

ইংৰাজি মাহ দিনৰ লেখ।

| | | | |
|---|---|---|---|
| জানুআৰি | ৩১ | জুলাই | ৩১ |
| ফেবৰুআৰি | ২৮ | আগষ্ট | ৩১ |
| মার্চ | ৩১ | চেপ্তেম্বৰ | ৩০ |
| এপ্রিল | ৩০ | অক্তোবৰ | ৩১ |
| মেই | ৩১ | নবেম্বৰ | ৩০ |
| জুন | ৩০ | ডিচেম্বৰ | ৩১ |

আৰু দিনে ৰাতিএ ২৪ চৌবিচ ঘণ্টা হই; আৰু এক ঘণ্টাত ৬০ মিনিট অর্থাত ২৷৷ আঢ়ৈ দণ্ড হই; তিনি ঘণ্টাই এক পৰ। মধ্য নিসাৰ পৰা দিনৰ লেখ ধৰে; দুপৰত বাৰে ঘণ্টা হই, তাৰ পাচে তাটি বেলা আকৌ ১,২,৩, ঘণ্টা, এই ক্রমে চলি জাই। তথাপি জোতিসিয়াই হলে এই দৰে নি লিখে, ১২,১৩,১৪, চৌবিচলৈকে এই ক্রমে লিখি জাই। ১৩।৩০, এনে সঁক দেখিলে দুপৰৰ পাচে তেৰ ঘণ্টা বুজিব; ১৮।০ লিখিলে, তাটি বেলা ৬ বজা অর্থাত গধুলি বুজিব।

আকাস মণ্ডলৰ মাজত সুর্জ আৰু গ্রহবিলাকে জি পথে জাই, তাক ১২ ভাগ কৰি বাৰে ৰাসি নাম দিলে। জেতিয়া সুর্জ এটা ৰাসিত সোমাই, অর্থাত সংক্রান্তি হই; তাৰ পাচ দিন হিন্দু মাহৰ প্রথম তাৰিখ হই। কিন্তু প্রিথিবিএ সুর্জক ঘুৰি জাঁওতে সদাই সমান দুৰ ন হই; উত্তৰায়নত থাকোঁতে আমাৰ ওপৰে সুর্জ থিয় হোআত বৰ ৰ ৰকৈ পৰে, তাতে ঘাম কালি হই, তথাপি প্রিথিবিৰ পৰা তেতিয়া সুর্জ দুৰ হৈচে; জাৰ কালি তাতকৈ কিচু ওচৰ। আৰু ওচৰে থকা কালত প্রিথিবিক ৰ ৰকৈ আকর্সন কৰে, সেই নিমিত্তে প্রিথিবিএ বেগাই চলি জাই; তাতে জাৰ কালিত মাহ চুটি হই, সুর্জে বেগাই ৰাসি পাৰ হইগৈ; কিন্তু ঘাম কালিত ৰাসিএ পতি অধিক দিন ভোগ কৰিচে। সেই বাবে মাহে সুর্জৰ কিমান দিন কিমান ঘণ্টাৰ ভোগ, তাক তলত লিখা আচে।

প্রতি মাহে সুর্জৰ ভোগ।

| | দিন | ঘণ্টা | মিনিট | |
|---|---|---|---|---|
| বহাগ | ৩০ | ২২ | ৩ | মেস ৰাসিত |
| জেঠ | ৩১ | ১০ | ১২ | ব্রিস |
| আহাৰ | ৩১ | ১৫ | ২১ | মিথুন |
| সাওন | ৩১ | ১১ | ৩৭ | কর্কট |
| ভাদ | ৩১ | ০ | ১১ | সিংহ |
| আহিন | ৩০ | ১০ | ৪১ | কন্যা |
| কাতি | ২৯ | ২১ | ২৯ | তুলা |
| আঘোন | ২৯ | ১১ | ৩৮ | বিচা |
| পুহ | ২৯ | ৭ | ৩৯ | ধনু |
| মাঘ | ২৯ | ১০ | ২৭ | মকৰ |
| ফাগুন | ২৯ | ২০ | ০ | কুম্ভ |
| চত | ৩০ | ৮ | ৫৪.৬ | মিন |
| এবচৰ | ৩৬৫ | ৬ | ১২.৬ | |

মিনিটৰ সোঁ কালে জি সৰু সঁক থাকে, তাৰেই মিনিটৰ দসম ভাগ বুজিব।

কোনো মাহৰ সংক্রান্তি গনিবৰ ইচা হলে, আগৰ মাহৰ সঙ্কাৰ সুর্জৰ ভোগৰ লগত গোটাব লাগে; আৰু এক বচৰৰ পৰা আন বচৰলৈকে সঙ্কাৰ ৬ ঘণ্টা ১২.৬ মিনিট বাঢ়িচে। ১৮৪৮ সঁকৰ বহাগ সংক্রান্তি ১১ এপ্রিলত আচিল, সঙ্কাৰ ১১ ঘণ্টা ১০.২ মিনিট; তেন্তে ১৮৪৯ সঁকৰ বহাগ পাবলৈ সেই দুই সঁক গোটাই দিব।

১১ এপ্রিল ১১।১০.২ বহাগ সংক্রান্তি ১৮৪৮
৬।১২.৬

১১ এপ্রিল ১৭।২২.৮ বহাগ সংক্রান্তি ১৮৪৯ অর্থাত্ ডাটি বেলা ৫ ঘণ্টা ২২ মিনিটত সংক্রান্তি হই; তাৰ পাচ দিন ১২ এপ্রিলত ১ বহাগ হব।

মধ্য নিসাৰে ৰাতি পুআৱে মাজত সংক্রান্তি জদি পৰে, তেন্তে সেই দিনাকে মাহৰ প্রথম দিন লেখে। সেই ৰুপেৰে তলৰ ক্রমেৰে আগনৈ হোৱা বচৰৰ সকলো মাহৰ সংক্রান্তি ওলাব; সেই ক্রমেৰে গননা কৰিলে অতি সুচল।

| ইং ১৮৪৯ | দিন । ঘণ্টা । মিনিট | ১৭৭১ সক |
|---|---|---|
| এপ্রিল | ১১।১৭।২২.৮ | বহাগ সংক্রান্তি |
| | ৩০।২২। ৩ | সূর্জ্জৰ ভোগ, ওপৰৰ চাই আনে |
| | ৪২।১৫।২৫.৮ | |
| তাৰ গল | ৩০ | |
| মেই | ১২।১৫।২৫.৮ | জেঠ সংক্রান্তি |
| | ৩১।১০।১২ | সূর্জ্জৰ ভোগ |
| | ৪৪। ১।৩৭.৮ | |
| গল | ৩১ | |
| জুন | ১৩। ১।৩৭.৮ | আহাৰ সংক্রান্তি ৰাতি জোআত সেই দিন ১ আহাৰ বুজিব |
| | ৩১।১৫।২১ | সূর্জ্জৰ ভোগ |
| | ৪৪।১৬।৫৮.৮ | |
| গল | ৩০ | |
| জুলাই | ১৪।১৬।৫৮.৮ | সাওন সংক্রান্তি |
| | ৩১।১১।৩৭ | সূর্জ্জৰ ভোগ |
| | ৪৬। ৪।৩৫.৮ | |
| গল | ৩১ | |
| আগষ্ট | ১৫। ৪।৩৫.৮ | ভাদ সংক্রান্তি সেই দিন ১ ভাদ |
| | ৩১। ০।১১ | সূর্জ্জৰ ভোগ |
| | ৪৬। ৪।৪৬.৮ | |
| গল | ৩১ | |
| চেপ্তেম্বৰ | ১৫। ৪।৪৬.৮ | আহিন সংক্রান্তি সেই দিন ১ আহিন |
| | ৩০।১০।৪১ | সূর্জ্জৰ ভোগ |
| | ৪৫।১৫।২৭.৮ | |
| গল | ৩০ | |
| অক্তোবৰ | ১৫।১৫।২৭.৮ | কাতি সংক্রান্তি |
| | ২৯।২১।২৯ | সূর্জ্জৰ ভোগ |
| | ৪৫।১২।৫৬.৮ | |
| | ৪৫।১২।৫৬.৮ | |
| গল | ৩১ | |
| নবেম্বৰ | ১৪।১২।৫৬.৮ | আঘোন সংক্রান্তি |
| | ২৯।১১।৩৮ | সূর্জ্জৰ ভোগ |
| | ৪৪। ০।৩৪.৮ | |
| গল | ৩০ | |
| ডিচেম্বৰ | ১৪। ০।৩৪.৮ | পুহ সংক্রান্তি সেই দিন ১ পুহ |
| | ২৯। ৭।৩৯ | সূর্জ্জৰ ভোগ |
| | ৪৩। ৮।১৩.৮ | |
| গল | ৩১ | |
| জানুআৰি ১৮৫০ | ১২। ৮।১৩.৮ | মাঘ সংক্রান্তি |
| | ২৯।১০।২৭ | সূর্জ্জৰ ভোগ |
| | ৪১।১৮।৪০.৮ | |
| গল | ৩১ | |
| ফেব্রুআৰি | ১০।১৮।৪০.৮ | ফাগুন সংক্রান্তি |
| | ২৯।২০। ০ | সূর্জ্জৰ ভোগ |
| | ৪০।১৪।৪০.৮ | |
| গল | ২৮ | |
| মার্চ | ১২।১৪।৪০.৮ | চত সংক্রান্তি |
| | ৩০। ৮।৫৪.৬ | সূর্জ্জৰ ভোগ |
| | ৪২।২৩।৩৫.৪ | |
| গল | ৩১ | |
| এপ্রিল | ১১।২৩।৩৫.৪ | বহাগ সংক্রান্তি ১৭৭২ সক। |

## সপ্তৰিসি, ধ্রুব, আৰু কাচিয়পিযা নখ্যত্র।

**Constellations of the Great and Little Bear and Cassiopeia.**

মানুহে তৰাবিলাকক চিনিব জানিবৰ নিমিত্তে মিচৰ দেস আদি অন্য লোকে তৰাবিলাক ভাগ কৰি পছু মানুহ চৰাই নানা আক্রিতেৰে লিখি নাম লগাই দিচে। জিবিলাক মানুহে পর্হি সুনি বিদ্যা সিকে, সেইবোৰে তৰাৰ নাম জানিব লগা অনেক প্রয়োজন। এই দেসৰ মানুহে প্রায়ে তৰা নি চিনে, কেৱল পুথিত নাম মাথোন পাই, কিন্তু কেনে ৰুপ, আৰু কত থাকে, তাক নে জানে। সেই কাৰনে তৰাৰ মণ্ডল, ৰাসি, নখ্যত্র আদি কৰি ভাগ ভাগকৈ তাৰ আক্রিতিএ দৈতে ক্রমে ক্রমে অৰুনোদইত লিখিম। এই কথা পর্হি বিদ্যা সিকা চাত্রৰ আৰু লোক সকলেও ক্রিষ্ন পখ্যৰ ৰাতি ওলাই এই পত্রৰ অনুসাৰে আকাসলৈ চালেই

সকলো তৰা সুন্দৰ মতে চিনিব জানিব পাৰিব।

প্ৰিথিৱিৰ উত্তৰ কেন্দ্ৰৰ ওপৰে জিটো ডাঙৰ তৰা অকলেই থাকে, তাক ধ্ৰুৱ বা উত্তৰ তৰা বোলে। সি কেন্দ্ৰৰ অতি ওচৰ হোআত কেন্দ্ৰটিকে ঘূৰোঁতে প্ৰায়ে একে ঠাইতে থাকে, সদাই দেখা জাই; আনবিলাক তৰা দূৰ হৈ ঘূৰাত ওলাই আৰু মাৰ জাই, সদাই দেখিবলৈ নে পাই। উত্তৰ দখিন বুজিব লগা বৰ কাৰ্জ, কিন্তু ধ্ৰুৱৰ চালেহে ঠিককৈ বুজিব পাৰি, আন উপায়েৰে বুজাটো টান। ধ্ৰুৱক দেখিবলৈ হলে উত্তৰ ফালে মুখকৈ, এপৰ মান বেলি উঠোঁতে সূৰ্জটো জিমান ওখ হয় সেই সমানে চালে, সেই অকলেই থকা তৰা দেখিব।

কিন্তু সপ্তৰিসিৰ মণ্ডল দেখা হৈ থকাত তাৰেই পোনাই ধ্ৰুৱক চিনিবলৈ সুচল। এই হেতুকে এতিয়া সপ্তৰিসিৰ কথা লিখোঁ। সেই নখ্যত্ৰ ডাঙৰ আৰু দেখিবলৈ অতি চিকন। জানুআৰি মাহত হলে ইসান কোনে এপৰ মান নিসা জোআত ওলাই। পূৰ্ব কালে সেই নখ্যত্ৰৰ মণ্ডলৰ নাম বৰ ভালুক দিলে; তাৰ গাত চাৰি চুকিয়াকৈ চাইটা তৰা থাকে, নেজত তিনটা। তলত তাৰ আক্ৰিতি সঁকে সৈতে লিখা আছে। ইংৰাজি আৰু হিন্দু মতে সেই তৰাবিলাকৰ এই নাম।

| | | |
|---|---|---|
| ১ | দুভি | ক্ৰতু |
| ২ | মেৰাক | পুলহ |
| ৩ | ফ্ৰাদ | পুলস্ত্য |
| ৪ | মিগ্ৰেজ | অত্ৰি |
| ৫ | এলিয়ত | অঙ্গিৰা |
| ৬ | মাইজাৰ | বসিষ্ঠ |
| ৭ | বিনেতনাস্য | মৰিচি |

জি সৰু তৰা বসিষ্ঠৰ ওচৰত থাকে, তাৰ নাম আল্কৰ, হিন্দুমতে অৰুন্ধুতি।

আৰু ধ্ৰুৱৰ লগত জি সৰু সৰু তৰা দেখা জাই, সেইবোৰকো এক মণ্ডল কৰি সৰু ভালুক নখ্যত্ৰ নাম দিলে। বৰ ভালুকৰ নেজৰ মূৰতে মৰিচি জি ৰূপে থাকে, সেই ৰূপে ধ্ৰুৱ সৰু ভালুকৰ নেজৰ মূৰত থাকে। আৰু সপ্তৰিসিৰ নিচিনাকৈ সৰু ভালুকতো সাতোটা তৰা আছে; কিন্তু ধ্ৰুৱৰ বাহিৰে ই কেইটা সৰু। বৰ ভালুকৰ নেজ বেঁকা হৈ অলপ তললৈ জোআ, সৰু ভালুকৰ নেজ উৰ দি ওপৰলৈ জোআ। আৰু বৰ ভালুকৰ পিঠিৰ মাজত থকা দুটা তৰা, অৰ্থাত দুভি আৰু মেৰাক, সিবিলাক নিচেই ধ্ৰুৱলৈ পোন হয়, সেই নিমিত্তে ধ্ৰুৱ দেখোআও বোলে। সেই





দুই তৰা ৫ ডিগ্রিৰ আঁতৰ; দুতি আৰু মিগ্রেজ ১০ ডিগ্রিৰ আঁতৰ।

সপ্তৰিসিৰ মাজত মিগ্রেজ নামে যিটো তৰা সৰু, তাৰ ওচৰে অহ্যা আঁক, সেয়ে বিসুৱ সংক্রান্তিৰ ৰেখা; সুর্জ্যে সেই ৰেখা পালেই দিনে ৰাতিএ সমান হই। সপ্তৰিসি আৰু ধ্রুৱৰ মাজত যি সৰু তিনটা তৰা আচে, সেইবিলাক গোধিকাৰ নেজত থাকে।

সপ্তৰিসিৰ পৰা ধ্রুৱৰ সি কালে কাচিয়পিয়া নামে এক নখ্যত্র আচে; তাৰ মাজত প্রধান তৰা পাঁচোটা এলাপতিয়াকৈ থকা আচে। তাৰ নকচা ওপৰত লিখিচোঁ; মানুহ এজনি চকিত বহি থকা আকৃতিৰে লিখা যাই। বুকুত থকা তৰাৰ নাম সিদৰ; চকিৰ পিচিৰ মাজ খিনিত থকা তৰাৰ নাম কাফ। সেই পাঁচোটা তৰা পখিসাৰ নিচিনাও হই; মাজৰ এটা, আৰু তাৰ চাৰিও কালে চাৰি পাখিৰ নিচিনাকৈ চাইটা তৰা



থাকে; এটা পাখি কিছু চুটি। ধ্রুৱৰ পৰা সপ্তৰিসি যিমান দুৰ হই, পখিলা সিমান দুৰ, আৰু তাৰ মাজতো বিসুৱ ৰেখা যাই। সেই তৰা দেখিব খুজিলে, প্রথমতে সপ্তৰিসি বিচাৰি, তাৰ পৰা ধ্রুৱে দি পোনাই কাচিয়পিয়াক বেগতে দেখিব পাৰিব।

আৰু এই মাহত গধূলিৰে পচিম কালে যি জেঠা তৰা ওলাই সেয়ে শুকুৰ, সি গ্রহৰ মাজৰ। এপৰ মান নিসাত পুৱ কালে বৃহস্পতি ওলাই, তাৰো বৰ প্ৰকাস, দেখিবলৈ সুন্দৰ।

জানুআৰিৰ ১১ তাৰিখত চন্দ্রে বৃহস্পতিৰ ৩ দিগ্রিৰ আঁতৰতে পাৰ হৈ যাব; সেই ৰাতি চালে, চন্দ্রৰ কিছু উত্তৰে বৃহস্পতিক দেখিবা ২৮ তাৰিখত চন্দ্রৰ অতি ওচৰতে শুকুৰক দেখিবা, চন্দ্র একেৰি দখিন। আৰু সনিও সেই দিনত চন্দ্রৰ অলপ দখিনে থাকে।

---

আমেৰিকা দেসৰ এখান পত্রত লিখিচে, না-য়াগাৰা নদিৰ ওপৰে দলঙ্গ সাজিবলৈ যি লোৰ লেজুৰোৰ পাতি থলে, তাতে চাৰি মানুহ পাৰ হৈ যাওঁতে বৰ বতাহ মাৰি তাক লুটিয়ালে। সেই চাইটা মানুহ লেজুত ধৰি ওলমি প্রানৰ সঙ্কটত আচিল; পাচে গাঁৱৰ মানুহে সিবিলাকক দেখি বৰ সুমেৰে দলঙ্গ পোনাই ৰখ্যা কৰিলে।

---



বিলাইতি দেসৰ মাচ বেচা গোৱালি।

### খ্রিচু সত্য বলিদান।

কতক হেজাৰ পহুৰ প্রান
কৰা হৈচিল বলিদান,
তেও ন হই তাত পাপৰ খই,
তাতো মনৰ সান্ত ন হই।

পহুৰ তেজতকৈ পৰম
খ্রিষ্ট বলি সৰ্বোত্তম,
তেঁও ইস্বৰে দিয়া মেস,
প্রাচিত্ত কৰিল পাপৰ সেস।

দেখি মোৰ অগনন দোস
কৰি আচোঁ অসন্তোস;
খ্রিচুৰ গাত মোৰ পৰিল পাপ,
তাতে গুচিল সকল তাপ।

পাপিৰ কাৰন জি কেলেস
তেঁৰে ভুঞ্জিলেঁ নিসেস,
তাকে চিন্তিহে মোৰ মন
আসা কৰে অনুখন।

---



মান্ দেসৰ লোকৰ নকচা।

Burmese Man and Woman.

Almanac for January, 1849.

## জানুআৰি, অৰ্থাত মাঘ, ১৮৪৯।

| বাৰ | জানুআৰি | পুহ | সুৰ্য্যোদয় | সুৰ্য্যৰ মধ্যান | সুৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যান | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|---|---|---|
| সো | ১ | ১৯ | ৬।৫৪ | ১২।৪ | ৫।১৪ | ৭ | ২৬ | ১৭।১০ | ১১।৩২ |
| ম | ২ | ২০ | ৬।৫৪ | ১২।৫ | ৫।১৫ | ৮ | ২৭ | ১৮।৮ | পুআ |
| ব | ৩ | ২১ | ৬।৫৫ | ১২।৫ | ৫।১৫ | ৯ | ১ | ১৯।০ | ০।৩১ |
| বি | ৪ | ২২ | ৬।৫৫ | ১২।৫ | ৫।১৬ | ১০ | ২ | ১৯।৫৪ | ১।৩৩ |
| সু | ৫ | ২৩ | ৬।৫৫ | ১২।৬ | ৫।১৭ | ১১ | ৩ | ২০।৫১ | ২।৩৪ |
| স | ৬ | ২৪ | ৬।৫৫ | ১২।৬ | ৫।১৭ | ১২ | ৪ | ২১।৫০ | ৩।৪০ |
| দেও | ৭ | ২৫ | ৬।৫৫ | ১২।৭ | ৫।১৮ | ১৩ | ৫ | ২২।৫১ | ৪।৪৫ |
| সো | ৮ | ২৬ | ৬।৫৬ | ১২।৭ | ৫।১৯ | ১৪ | ৬ | ২৩।৫২ | উদই |
| ম | ৯ | ২৭ | ৬।৫৬ | ১২।৮ | ৫।২০ | ১৫ | ৭ | পুআ | ৬।০ |
| ব | ১০ | ২৮ | ৬।৫৬ | ১২।৮ | ৫।২১ | ১৬ | ৮ | ০।৫২ | ৭।৫ |
| বি | ১১ | ২৯ | ৬।৫৬ | ১২।৯ | ৫।২২ | ১৭ | ৯ | ১।৪৭ | ৮।৬ |
| সু | ১২ | ৩০ | ৬।৫৬ | ১২।৯ | ৫।২২ | ১৮ | ১০ | ২।৪০ | ৯।৫ |
| স | ১৩ | মাঘ | ৬।৫৫ | ১২।৯ | ৫।২৩ | ১৯ | ১১ | ৩।২৯ | ১০।২ |
| দেও | ১৪ | ২ | ৬।৫৫ | ১২।১০ | ৫।২৪ | ২০ | ১২ | ৪।১৬ | ১০।৫৬ |
| সো | ১৫ | ৩ | ৬।৫৫ | ১২।১০ | ৫।২৫ | ২১ | ১৩ | ৫।২ | ১১।৪৪ |
| ম | ১৬ | ৪ | ৬।৫৫ | ১২।১০ | ৫।২৫ | ২২ | ১৪ | ৫।৪৬ | পুআ |
| ব | ১৭ | ৫ | ৬।৫৫ | ১২।১১ | ৫।২৬ | ২৩ | ১৫ | ৬।৩০ | ০।৩৯ |
| বি | ১৮ | ৬ | ৬।৫৫ | ১২।১১ | ৫।২৭ | ২৪ | ১৬ | ৭।১৪ | ১।২৯ |
| সু | ১৯ | ৭ | ৬।৫৫ | ১২।১১ | ৫।২৮ | ২৫ | ১৭ | ৭।৫৯ | ২।২০ |
| স | ২০ | ৮ | ৬।৫৫ | ১২।১২ | ৫।২৯ | ২৬ | ১৮ | ৮।৪৫ | ৩।৯ |
| দেও | ২১ | ৯ | ৬।৫৪ | ১২।১২ | ৫।৩০ | ২৭ | ১৯ | ৯।৩২ | ৭।৫৮ |
| সো | ২২ | ১০ | ৬।৫৪ | ১২।১২ | ৫।৩১ | ২৮ | ১৯ | ১০।২১ | ৪।৪৫ |
| ম | ২৩ | ১১ | ৬।৫৪ | ১২।১২ | ৫।৩২ | ২৯ | ২০ | ১১।১১ | ৫।৩৫ |
| ব | ২৪ | ১২ | ৬।৫৪ | ১২।১৩ | ৫।৩২ | ৩০ | ২১ | ১২।১ | অস্ত |
| বি | ২৫ | ১৩ | ৬।৫৩ | ১২।১৩ | ৫।৩৩ | ১ | ২২ | ১২।৫০ | ৬।৩৬ |
| সু | ২৬ | ১৪ | ৬।৫৩ | ১২।১৩ | ৫।৩৩ | ২ | ২৩ | ১৩।৩৯ | ৭।৩২ |
| স | ২৭ | ১৫ | ৬।৫২ | ১২।১৩ | ৫।৩৪ | ৩ | ২৪ | ১৪।২৯ | ৮।২২ |
| দেও | ২৮ | ১৬ | ৬।৫২ | ১২।১৩ | ৫।৩৫ | ৪ | ২৫ | ১৫।১৭ | ৯।২০ |
| সো | ২৯ | ১৭ | ৬।৫১ | ১২।১৪ | ৫।৩৬ | ৫ | ২৬ | ১৬।৭ | ১০।২৬ |
| ম | ৩০ | ১৮ | ৬।৫১ | ১২।১৪ | ৫।৩৭ | ৬ | ২৭ | ১৬।৫৭ | ১১।২৫ |
| ব | ৩১ | ১৯ | ৬।৫০ | ১২।১৪ | ৫।৩৮ | ৭ | ১ | ১৭।৪৯ | |

পুৰ্নিমা ৯ দিনৰ ৫।৮ পুআ।

আমাবাস্যা ২৪ দিনৰ ৪।২১ ভাটি।

সুৰ্জ ২১ উত্তৰসাৰ্হা নখ্যত্ৰত; বুধ সুৰ্জৰ লগত; গধুলি দেখা তোটা তৰা সুকুৰ ২৫ পুৰ্বভাদ্ৰপাদ নখ্যত্ৰত; মঙ্গল ১৯ মুলাত, এই মাহত নে দেখে; বৃহস্পতি ৯ অস্লেসাত; আৰু সনি ২৫ পুৰ্বভাদ্ৰপদত সুকুৰৰ ওচৰতে দেখা জাই।

---

**THE ORUNODOI,**

***A monthly Paper, devoted to Religion, Science and General Intelligence, is printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.***

বাৰ আৰু তাৰিখ মিলাবৰ ক্ৰম।

| | | | | | | | | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ১৮৪০ | ৪৫ | ৫১ | •• | ৬২ | ৬৮ | ৭৩ | ৭৯ | •• | ৯০ | ৯৬ | বু | বি | শু | শ | দে | সো | ম |
| ১••• | ৪৬ | ৫২ | ৫৭ | ৬৩ | •• | ৭৪ | ৮০ | ৮৫ | ৯১ | •• | বি | শু | শ | দে | সো | ম | বু |
| ১৮৪১ | ৪৭ | •• | ৫৮ | ৬৪ | ৬৯ | ৭৫ | •• | ৮৬ | ৯২ | ৯৭ | শু | শ | দে | সো | ম | ব | বি |
| ১৮৪২ | ৪৮ | ৫৩ | ৫৯ | •• | ৭০ | ৭৬ | ৮১ | ৮৭ | •• | ৯৮ | শ | দে | সো | ম | ব | বি | শু |
| ১৮৪৩ | •• | ৫৪ | ৬০ | ৬৫ | ৭১ | •• | ৮২ | ৮৮ | ৯৩ | ৯৯ | দে | সো | ম | বু | বি | শু | শ |
| ১৮৪৪ | ৪৯ | ৫৫ | •• | ৬৬ | ৭২ | ৭৭ | ৮৩ | •• | ৯৪ | ১৯০০ | শ | ম | বু | বি | শু | শ | দে |
| ১৮৪• | ৫০ | ৫৬ | ৬১ | ৬৭ | •• | ৭৮ | ৮৪ | ৮৯ | ৯৫ | ১৯০১ | ম | বু | বি | শু | শ | দে | সো |

এই নকচাৰ বাঁও ফালে ওপৰত বচৰৰ সংক; সোঁ ফালে বাৰৰ নাম; তলত মাহ দিন লিখা হৈছে। কোনো বচৰৰ আমুক মাহৰ আমুক দিনত কি বাৰ হই, ইয়াক বুজিবৰ নিমিত্তে সেই বচৰৰ সংক ধৰি পোনাই, জি বাৰ সেই মাহৰ সেই দিনৰ ওপৰত পৰে, সেয়ে বাৰ হই।

ই° সংক ১৮৪৯ জানুআৰি প্ৰথম তাৰিখে কি বাৰ হই, ইয়াক জানিবৰ ইচা হলে, সোঁ ফালে ৪৯ সংক আৰু তলত জানুআৰি ১ দিন ধৰি দুইবো পৰা পোনাই চুকত জি সো সঙ্কেত থাকে, সেই দিন সোম বুজিবা। সেই ৰুপেও ১৮৫০ সংকৰ জানুআৰিৰ প্ৰথম দিন মঙ্গল বুজিবা।

জেতিয়া ফেবৰুআৰিৰ ২৯ দিন হই, সেই বচৰৰ সংক দুবেলি লিখা হৈছে; জানুআৰি আৰু ফেবৰুআৰি মাহত প্ৰথমে লিখা সংক ধৰিব লাগে; আন সকলো মাহত তলে থকা সংক লবা।

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| জানুআৰি অক্টোবৰ | ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ |
| | ৮ | ৯ | ১০ | ১১ | ১২ | ১৩ | ১৪ |
| | ১৫ | ১৬ | ১৭ | ১৮ | ১৯ | ২০ | ২১ |
| | ২২ | ২৩ | ২৪ | ২৫ | ২৬ | ২৭ | ২৮ |
| | ২৯ | ৩০ | ৩১ | | | | |
| ফেব্ৰুআৰি মাৰ্চ নৱেম্বৰ | | | | ১ | ২ | ৩ | ৪ |
| | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ | ১১ |
| | ১২ | ১৩ | ১৪ | ১৫ | ১৬ | ১৭ | ১৮ |
| | ১৯ | ২০ | ২১ | ২২ | ২৩ | ২৪ | ২৫ |
| | ২৬ | ২৭ | ২৮ | ২৯ | ৩০ | ৩১ | |
| এপ্ৰিল জুলাই | | | | | | | ১ |
| | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ |
| | ৯ | ১০ | ১১ | ১২ | ১৩ | ১৪ | ১৫ |
| | ১৬ | ১৭ | ১৮ | ১৯ | ২০ | ২১ | ২২ |
| | ২৩ | ২৪ | ২৫ | ২৬ | ২৭ | ২৮ | ২৯ |
| | ৩০ | ৩১ | | | | | |
| মেই | | ১ | ২ | ৩ | ৪ | ৫ | ৬ |
| | ৭ | ৮ | ৯ | ১০ | ১১ | ১২ | ১৩ |
| | ১৪ | ১৫ | ১৬ | ১৭ | ১৮ | ১৯ | ২০ |
| | ২১ | ২২ | ২৩ | ২৪ | ২৫ | ২৬ | ২৭ |
| | ২৮ | ২৯ | ৩০ | ৩১ | | | |
| জুন | | | | | ১ | ২ | ৩ |
| | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ |
| | ১১ | ১২ | ১৩ | ১৪ | ১৫ | ১৬ | ১৭ |
| | ১৮ | ১৯ | ২০ | ২১ | ২২ | ২৩ | ২৪ |
| | ২৫ | ২৬ | ২৭ | ২৮ | ২৯ | ৩০ | |
| আগষ্ট | | | ১ | ২ | ৩ | ৪ | ৫ |
| | ৬ | ৭ | ৮ | ৯ | ১০ | ১১ | ১২ |
| | ১৩ | ১৪ | ১৫ | ১৬ | ১৭ | ১৮ | ১৯ |
| | ২০ | ২১ | ২২ | ২৩ | ২৪ | ২৫ | ২৬ |
| | ২৭ | ২৮ | ২৯ | ৩০ | ৩১ | | |
| চেপ্তেম্বৰ ডিচেম্বৰ | | | | | | ১ | ২ |
| | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ |
| | ১০ | ১১ | ১২ | ১৩ | ১৪ | ১৫ | ১৬ |
| | ১৭ | ১৮ | ১৯ | ২০ | ২১ | ২২ | ২৩ |
| | ২৪ | ২৫ | ২৬ | ২৭ | ২৮ | ২৯ | ৩০ |
| | ৩১ | | | | | | |

| জানুআরি | ফেব্রুআরি এপ্রিল | মার্চ | মেই | জুন | জুলাই | আগষ্ট | চেপ্তেম্বৰ অক্টোবৰ | নবেম্বৰ ডিচেম্বৰ | ইং অংক<br>৩৮<br>৫৭<br>৭৬ | <br>৩৯<br>৫৮<br>৭৭ | ১৮২১<br>৪০<br>৫৯<br>৭৮ | ২২<br>৪১<br>৬০<br>৭৯ | ২৩<br>৪২<br>৬১<br>৮০ | ২৪<br>৪৩<br>৬২<br>৮১ | ২৫<br>৪৪<br>৬৩<br>৮২ | ২৬<br>৪৫<br>৬৪<br>৮৩ | ২৭<br>৪৬<br>৬৫<br>৮৪ | ২৮<br>৪৭<br>৬৬<br>৮৫ | ২৯<br>৪৮<br>৬৭<br>৮৬ | ৩০<br>৪৯<br>৬৮<br>৮৭ | ৩১<br>৫০<br>৬৯<br>৮৮ | ৩২<br>৫১<br>৭০<br>৮৯ | ৩৩<br>৫২<br>৭১<br>৯০ | ৩৪<br>৫৩<br>৭২<br>৯১ | ৩৫<br>৫৪<br>৭৩<br>৯২ | ৩৬<br>৫৫<br>৭৪<br>৯৩ | ৩৭<br>৫৬<br>৭৫<br>৯৪ |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ১,৩১ | ২৯ | ৩০ | ২৮ | ২৭ | ২৬ | ২৫ | ২৩ | ২১ | ৫ | ১৬ | ২৭ | ৮ | ১৯ | ১ | ১২ | ২৩ | ৪ | পূ | ২৬ | ৭ | ১৮ | ২৯ | ১০ | ২১ | ২ | ১৩ | ২৪ |
| ২ | ৩০ | ১,৩১ | ২৯ | ২৮ | ২৭ | ২৬ | ২৪ | ২২ | ৬ | ১৭ | ২৮ | ৯ | ২০ | ২ | ১৩ | ২৪ | ৫ | ১৬ | ২৭ | ৮ | ১৯ | অ | ১১ | ২২ | ৩ | ১৪ | ২৫ |
| ৩ | ১ | ২ | ৩০ | ২৯ | ২৮ | ২৭ | ২৫ | ২৩ | ৭ | ১৮ | ২৯ | ১০ | ২১ | ৩ | ১৪ | ২৫ | ৬ | ১৭ | ২৮ | ৯ | ২০ | ১ | ১২ | ২৩ | ৪ | পূ | ২৬ |
| ৪ | ২ | ৩ | ১,৩১ | ৩০ | ২৯ | ২৮ | ২৬ | ২৪ | ৮ | ১৯ | অ | ১১ | ২২ | ৪ | পূ | ২৬ | ৭ | ১৮ | ২৯ | ১০ | ২১ | ২ | ১৩ | ২৪ | ৫ | ১৬ | ২৭ |
| ৫ | ৩ | ৪ | ২ | ১ | ৩০ | ২৯ | ২৭ | ২৫ | ৯ | ২০ | ১ | ১২ | ২৩ | ৫ | ১৬ | ২৭ | ৮ | ১৯ | অ | ১১ | ২২ | ৩ | ১৪ | ২৫ | ৬ | ১৭ | ২৮ |
| ৬ | ৪ | ৫ | ৩ | ২ | ১,৩১ | ৩০ | ২৮ | ২৬ | ১০ | ২১ | ২ | ১৩ | ২৪ | ৬ | ১৭ | ২৮ | ৯ | ২০ | ১ | ১২ | ২৩ | ৪ | পূ | ২৬ | ৭ | ১৮ | ২৯ |
| ৭ | ৫ | ৬ | ৪ | ৩ | ২ | ১,৩১ | ২৯ | ২৭ | ১১ | ২২ | ৩ | ১৪ | ২৫ | ৭ | ১৮ | ২৯ | ১০ | ২১ | ২ | ১৩ | ২৪ | ৫ | ১৬ | ২৭ | ৮ | ১৯ | অ |
| ৮ | ৬ | ৭ | ৫ | ৪ | ৩ | ২ | ৩০ | ২৮ | ১২ | ২৩ | ৪ | পূ | ২৬ | ৮ | ১৯ | অ | ১১ | ২২ | ৩ | ১৪ | ২৫ | ৬ | ১৭ | ২৮ | ৯ | ২০ | ১ |
| ৯ | ৭ | ৮ | ৬ | ৫ | ৪ | ৩ | ১,৩১ | ২৯ | ১৩ | ২৪ | ৫ | ১৬ | ২৭ | ৯ | ২০ | ১ | ১২ | ২৩ | ৪ | পূ | ২৬ | ৭ | ১৮ | ২৯ | ১০ | ২১ | ২ |
| ১০ | ৮ | ৯ | ৭ | ৬ | ৫ | ৪ | ২ | ৩০ | ১৪ | ২৫ | ৬ | ১৭ | ২৮ | ১০ | ২১ | ২ | ১৩ | ২৪ | ৫ | ১৬ | ২৭ | ৮ | ১৯ | অ | ১১ | ২২ | ৩ |
| ১১ | ৯ | ১০ | ৮ | ৭ | ৬ | ৫ | ৩ | ১,৩১ | পূ | ২৬ | ৭ | ১৮ | ২৯ | ১১ | ২২ | ৩ | ১৪ | ২৫ | ৬ | ১৭ | ২৮ | ৯ | ২০ | ১ | ১২ | ২৩ | ৪ |
| ১২ | ১০ | ১১ | ৯ | ৮ | ৭ | ৬ | ৪ | ২ | ১৬ | ২৭ | ৮ | ১৯ | অ | ১২ | ২৩ | ৪ | পূ | ২৬ | ৭ | ১৮ | ২৯ | ১০ | ২১ | ২ | ১৩ | ২৪ | ৫ |
| ১৩ | ১১ | ১২ | ১০ | ৯ | ৮ | ৭ | ৫ | ৩ | ১৭ | ২৮ | ৯ | ২০ | ১ | ১৩ | ২৪ | ৫ | ১৬ | ২৭ | ৮ | ১৯ | অ | ১১ | ২২ | ৩ | ১৪ | ২৫ | ৬ |
| ১৪ | ১২ | ১৩ | ১১ | ১০ | ৯ | ৮ | ৬ | ৪ | ১৮ | ২৯ | ১০ | ২১ | ২ | ১৪ | ২৫ | ৬ | ১৭ | ২৮ | ৯ | ২০ | ১ | ১২ | ২৩ | ৪ | পূ | ২৬ | ৭ |
| ১৫ | ১৩ | ১৪ | ১২ | ১১ | ১০ | ৯ | ৭ | ৫ | ১৯ | অ | ১১ | ২২ | ৩ | পূ | ২৬ | ৭ | ১৮ | ২৯ | ১০ | ২১ | ২ | ১৩ | ২৪ | ৫ | ১৬ | ২৭ | ৮ |
| ১৬ | ১৪ | ১৫ | ১৩ | ১২ | ১১ | ১০ | ৮ | ৬ | ২০ | ১ | ১২ | ২৩ | ৪ | ১৬ | ২৭ | ৮ | ১৯ | অ | ১১ | ২২ | ৩ | ১৪ | ২৫ | ৬ | ১৭ | ২৮ | ৯ |
| ১৭ | ১৫ | ১৬ | ১৪ | ১৩ | ১২ | ১১ | ৯ | ৭ | ২১ | ২ | ১৩ | ২৪ | ৫ | ১৭ | ২৮ | ৯ | ২০ | ১ | ১২ | ২৩ | ৪ | পূ | ২৬ | ৭ | ১৮ | ২৯ | ১০ |
| ১৮ | ১৬ | ১৭ | ১৫ | ১৪ | ১৩ | ১২ | ১০ | ৮ | ২২ | ৩ | ১৪ | ২৫ | ৬ | ১৮ | ২৯ | ১০ | ২১ | ২ | ১৩ | ২৪ | ৫ | ১৬ | ২৭ | ৮ | ১৯ | অ | ১১ |
| ১৯ | ১৭ | ১৮ | ১৬ | ১৫ | ১৪ | ১৩ | ১১ | ৯ | ২৩ | ৪ | পূ | ২৬ | ৭ | ১৯ | অ | ১১ | ২২ | ৩ | ১৪ | ২৫ | ৬ | ১৭ | ২৮ | ৯ | ২০ | ১ | ১২ |
| ২০ | ১৮ | ১৯ | ১৭ | ১৬ | ১৫ | ১৪ | ১২ | ১০ | ২৪ | ৫ | ১৬ | ২৭ | ৮ | ২০ | ১ | ১২ | ২৩ | ৪ | পূ | ২৬ | ৭ | ১৮ | ২৯ | ১০ | ২১ | ২ | ১৩ |
| ২১ | ১৯ | ২০ | ১৮ | ১৭ | ১৬ | ১৫ | ১৩ | ১১ | ২৫ | ৬ | ১৭ | ২৮ | ৯ | ২১ | ২ | ১৩ | ২৪ | ৫ | ১৬ | ২৭ | ৮ | ১৯ | অ | ১১ | ২২ | ৩ | ১৪ |
| ২২ | ২০ | ২১ | ১৯ | ১৮ | ১৭ | ১৬ | ১৪ | ১২ | ২৬ | ৭ | ১৮ | ২৯ | ১০ | ২২ | ৩ | ১৪ | ২৫ | ৬ | ১৭ | ২৮ | ৯ | ২০ | ১ | ১২ | ২৩ | ৪ | পূ |
| ২৩ | ২১ | ২২ | ২০ | ১৯ | ১৮ | ১৭ | ১৫ | ১৩ | ২৭ | ৮ | ১৯ | অ | ১১ | ২৩ | ৪ | পূ | ২৬ | ৭ | ১৮ | ২৯ | ১০ | ২১ | ২ | ১৩ | ২৪ | ৫ | ১৬ |
| ২৪ | ২২ | ২৩ | ২১ | ২০ | ১৯ | ১৮ | ১৬ | ১৪ | ২৮ | ৯ | ২০ | ১ | ১২ | ২৪ | ৫ | ১৬ | ২৭ | ৮ | ১৯ | অ | ১১ | ২২ | ৩ | ১৪ | ২৫ | ৬ | ১৭ |
| ২৫ | ২৩ | ২৪ | ২২ | ২১ | ২০ | ১৯ | ১৭ | ১৫ | ২৯ | ১০ | ২১ | ২ | ১৩ | ২৫ | ৬ | ১৭ | ২৮ | ৯ | ২০ | ১ | ১২ | ২৩ | ৪ | পূ | ২৬ | ৭ | ১৮ |
| ২৬ | ২৪ | ২৫ | ২৩ | ২২ | ২১ | ২০ | ১৮ | ১৬ | অ | ১১ | ২২ | ৩ | ১৪ | ২৬ | ৭ | ১৮ | ২৯ | ১০ | ২১ | ২ | ১৩ | ২৪ | ৫ | ১৬ | ২৭ | ৮ | ১৯ |
| ২৭ | ২৫ | ২৬ | ২৪ | ২৩ | ২২ | ২১ | ১৯ | ১৭ | ১ | ১২ | ২৩ | ৪ | পূ | ২৭ | ৮ | ১৯ | অ | ১১ | ২২ | ৩ | ১৪ | ২৫ | ৬ | ১৭ | ২৮ | ৯ | ২০ |
| ২৮ | ২৬ | ২৭ | ২৫ | ২৪ | ২৩ | ২২ | ২০ | ১৮ | ২ | ১৩ | ২৪ | ৫ | ১৬ | ২৮ | ৯ | ২০ | ১ | ১২ | ২৩ | ৪ | পূ | ২৬ | ৭ | ১৮ | ২৯ | ১০ | ২১ |
| ২৯ | ২৭ | ২৮ | ২৬ | ২৫ | ২৪ | ২৩ | ২১ | ১৯ | ৩ | ১৪ | ২৫ | ৬ | ১৭ | ২৯ | ১০ | ২১ | ২ | ১৩ | ২৪ | ৫ | ১৬ | ২৭ | ৮ | ১৯ | অ | ১১ | ২২ |
| ৩০ | ২৮ | ২৯ | ২৭ | ২৬ | ২৫ | ২৪ | ২২ | ২০ | ৪ | পূ | ২৬ | ৭ | ১৮ | অ | ১১ | ২২ | ৩ | ১৪ | ২৫ | ৬ | ১৭ | ২৮ | ৯ | ২০ | ১ | ১২ | ২৩ |

এই নকচাৰ বাঁও কালে মাহ আৰু তাৰিখ লিখা হৈছে, সোঁ কালে উপৰত বচৰৰ অংক, তলত চন্দ্ৰৰ বয়স। যি মাহৰ যি দিনৰ কথা বুজিবৰ ইচ্চা হয়, সেই দিনৰ পৰা সোমাই বচৰৰ অংকৰ তলত চন্দ্ৰৰ বয়স পাব। যতে পূর্ণিমা আৰু আমাবাস্যা পৰে তাতে পূ আৰু অ সঙ্কেতকৈ লিখা হৈছে। এই ৰকমে চন্দ্ৰৰ সমান গতি বুজাই, কিন্তু চন্দ্ৰৰ গতি সদাই সমান নো হোৱাত কোনো কালে ইয়াৰ পৰা এদিনৰ লৰ হয়।

# মহা বিসুব সংক্রান্তিৰ পৰা জলবিসুব সংক্রান্তিলৈ সূর্জ থকা প্ৰথম চই ৰাসিৰ নকচা।

Adjustment of the Twelve Hindu Signs, and the Twenty-seven Nakshatras, or Constellations traversed by the Moon, to the European Zodiac.

| | | | | | |
|---|---|---|---|---|---|
| চেপ্তেম্বৰ | আগষ্ট | জুলাই | জুন | মেই | এপ্রিল |
| ভাদ | সাওন | আহাৰ | জেঠ | বহাগ | চত |



| সিংহ | | | কৰ্কট | | মিথুন | | বৃিস | | মেস | | মিন | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ২ উত্তৰ ফলগুনি | ১১ পূৰ্ব ফলগুনি | ১০ মঘা | ৯ অশ্লেসা | ৮ পুস্যা | ৭ পুনৰবসু | ৬ আদ্ৰা | ৫ মিগসিৰা | ৪ ৰোহিনি | ৩ ক্রিতিকা | ২ ভৰনি | ১ অস্বিনি | ২৭ ৰেবতি | উত্তৰ ভাদ্ৰপদ |

সূর্জ চন্দ্রে সৈতে বুধ, সুকুৰ, মঙ্গল, বৃিহস্পতি, সনি, এইবিলাক গ্রহ আকাস মণ্ডলে জি পথে জাই, তাক বাৰে ৰাসি আৰু ২৭ নখ্যত্র ভাগ কৰিলে। সেই ৰাসি পচিমৰ পৰা পুবলৈ লেখে; নকচাত সোঁ হাত ধৰি বাঁও হাতলৈ লিখে। দিন ৰাতি সম হোৱা মহা বিসুব সংক্রান্তি আগেয়ে মেস ৰাসিত আচিল; এতিয়া ৰাসিবোৰ আগৰ ঠাইৰ পৰা ২১ ৫ ডিগ্রি ঢুহকি গলত মিন ৰাসিত পৰে। নকচাৰ সোঁ হাতে মগৰৰ নেজত পৰা জি থিয় আঁক, সি মহা বিসুব সংক্রান্তিৰ ৰেখা; তাৰ বাঁও ফালে মিন ৰাসিত জিমান কাল সূর্জ থাকে, তাক চত মাহৰ ভিতৰত লেখে। পাচে সূর্জ মেসত সোমালে বহাগ হয়গৈ; সেই ক্রমেৰে আটাই কেই মাহত হয়। মেসৰ পাচত বৃিস অৰ্থাত ভতৰা দেখা জাই; তাৰে সৈতে জুধ কৰা জি মানুহৰ আক্রিতি, তাৰ নাম ওৰায়ন; সি সকলো নখ্যত্রৰ মাজত জিলিকা; এই মাহত গধুলি বেলাত পুব ফালে, মানিসাত মুৰৰ ওপৰ হয়। তাৰ চাৰি চুকিয়াকৈ চাৰি তৰা থাকে; তাৰ মাজে টঙ্গালিত তিনটা তৰা ওচৰা উচৰিকৈ কতিয়া ভাৱে সাৰিত্তে থাকে। সেই নখ্যত্রলৈ চালে একে বেলিএ চিনিব। তাৰ সোঁ কালে বা বিচনিত থকা তৰাৰ নাম আদ্ৰা; বাঁও বিচনিত বেলাত্রিক অৰ্থাত মিগসিৰা। সেই টঙ্গালিৰ তিনি তৰা ভতৰাৰ মুৰলৈ পোনাই; তাৰ মুৰত জি পাঁচোটা তৰা, তাক ৰোহিনি বোলে; তাৰ মাজৰ ৰবটো তৰাৰ নাম আলদিবাৰন। মিগসিৰা আৰু আলদিবাৰনে জি ৫।৬ সৰু তৰা এমথালৈ পোনাই, সি ক্রিতিকা; তাৰ পৰা আৰু আফোৰি সেই দিসে পোনাই গলে ভৰনিৰ তিনি তৰা পাই; তাৰ সোঁ কালে অস্বিনিৰ তিনি তৰা মেসৰ মুৰত থাকে; তাক প্ৰথম নখ্যত্র বোলে। ওৰায়নৰ পুব ফালে সৰু কুকুৰ দেখিবা, তাৰ গাত দুটা তৰা, এটা বৰ, এটা সৰু; ৰবটৰ নাম প্ৰচায়ন। আৰু তাৰ দখিন ফালে চিৰিয়চ নামে আটাইতকৈ ডাঙৰ তৰা এটা দেখিবা; সি নকচাৰ বাহিৰ। ওৰায়নৰ উত্তৰ পোনে কাপেলা নামে চাগ পোআলিৰ গাত এটা বৰ তৰা আচে; তাক ধৰা মানুহৰ সোঁ হাতে আৰু দুই এক তৰা আচে। সৰু কুকুৰৰ উত্তৰ কালে মিথুন বা জঁজাৰ মুৰত দুটা ডাঙৰ সুন্দৰ তৰা আচে; নাম কাষ্টৰ আৰু পলক; হিন্দু মতে পুনৰবসু। তাৰ পুব ফালে কৰ্কট দেখা জাই, আৰু তাৰ দখিনে নাগৰ মুৰ অৰ্থাত অশ্লেসাৰ ৫ তৰা। সিংহৰ আগ ফালত থকা জি পাঁচ তৰা, তাক মঘা বোলে; তাৰ মাজত ৰবটৰ নাম ৰেগুল। তপিলাত আৰু নেজত পূৰ্ব উত্তৰ ফলগুনি থাকে, নেজৰ তৰাৰ নাম দেনেবলা। সিংহৰ উত্তৰ পোনে থকা সৰু তৰা এমথা সিংহ পোআলিৰ আক্রিতিৰে লিখে। সিংহৰ পাচে কন্যা থাকে, জল বিসুব সংক্রান্তিৰ ইফালে মুৰ ডোখৰহে থাকে; গা ডোখৰ সি নকচালৈ গল। নকচাৰ জি আঁক বেঁকা হৈ আচে, সেয়ে প্ৰিথিবিৰ মাজ ৰেখাৰ ওপৰে পৰে।

# জলবিসুভ সংক্রান্তিৰ পৰা মহাবিসুভ সংক্রান্তিলৈ সুর্জ থকা সেস চই ৰাসিৰ নকচা।

| মার্চ | ফেব্ৰুআৰি | জানুআৰি | ডিচেম্বৰ | নবেম্বৰ | অক্টোবৰ |
|---|---|---|---|---|---|
| ফাগুন | মাঘ | পুহ | আঘোন | কাতি | আহিন |




| কুম্ভ | | | মকৰ | | ধনু | | বিচা | | | তুলা | | কন্যা |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ২৬ | পূর্ব ভাদ্রপদ ২৫ | সতভিসা ২৪ | ধনিষ্ঠা ২৩ | স্রবনা ২২ | উত্তৰ আসাঢা ২১ | পূর্ব আসাঢা ২০ | মুলা ১৯ | জেষ্ঠা ১৮ | অনুৰাধা ১৭ | বিসাখা ১৬ | স্বাতি ১৫ | চিত্রা ১৪ | হস্তা ১৩ |

দুতিয় নকচাত সেস চই ৰাসি লিখিচে। কন্যাৰ দখিন কালে কাউৰিৰ আক্রিতিৰে ৫ তৰা হস্ত থাকে; কন্যাৰ বাঁও হাতে চিত্রা; তাৰ উত্তৰে স্বাতি নামে এক প্রকাসিত তৰা দেখা জাই। তুলাত থকা তৰা সকল সৰু, আৰু সর্পধর্তা নক্ষত্রতো প্রধান তৰা নাই। কিন্তু তাৰ দখিন কালে থকা বিচাৰ অনেক সুন্দৰ ডাঙৰ তৰা আচে, ৰাবিথাত আমাৰ দখিনে দেখা জাই। তাৰ মুৰত সাৰিকৈ থকা তিনটা তৰা অনুৰাধা বোলে; বুকুত থকা তিনটাৰ নাম জেষ্ঠা; তাৰ মাজৰ ডাঙৰটো আন্তাৰিচ; বিচাৰ নেজত থকা ১০।১১ তৰা মুলা বোলে। ধনু হলে অস্বনৰ আক্রিতি, ওপৰ ডোখৰ মানুহ, তল ডোখৰ ঘোঁৰা, বিচাক মাৰিবলৈ হাতত ধেনু লৈ আচে; তাৰ মাজত পুর্ব উত্তৰাসাঢা নক্ষত্র পৰে। তাৰ উত্তৰে কিছু ওপৰত কুৰৰ পখি উৰি গৈচে; তাৰ গাত সাৰিকৈ থকা তিনটা তৰা স্রবনা বোলে; তাৰ মাজৰ ডাঙৰটোৰ নাম আল্টেৰ। তাৰ পুবে দল্‌ফিন মাচৰ আক্রিতিৰে ৪।৫ তৰা ধনিষ্ঠা বোলে। কুম্ভত প্রধান তৰা নাই; সৰু তৰা অসংখ্য থকা দেখি সতভিসা বোলে। কুম্ভৰ কলসৰ পৰা এক নৈ বৈ গৈচে, তাৰ মুৰত দখিন মাচৰ মুখত ফোমালো নামে এটা প্রকাসিত তৰা আচে। কুম্ভৰ উত্তৰ পচিম কালে উৰি যোৱা ঘোঁৰাৰ বুকুত জি তৰা, সি পুর্ব ভাদ্রপদ; উত্তৰ ভাদ্রপদ সি নকচাতে গল।

নকচাত জি আঁক ফুট ফুটিয়া হৈ আচে, সেই আঁকে ৰাসিবিলাকৰ সিমা বুজাই; কিন্তু কোনো ৰাসি আৰু নক্ষত্র আঁকৰ কিছু বাহিৰেও জাই; তথাপি চন্দ্র আদি প্রধান গ্রহবিলাক তাৰ বাহিৰে উত্তৰ দখিনে নে জাই। আৰু কেতবিলাক নক্ষত্রৰ প্রধান তৰা আপোনাৰ নক্ষত্রত ন পৰে, আন নক্ষত্রৰ ঠাইত পৰে। তাৰ কাৰন এই; প্রথমতে ২৮ নক্ষত্র কৰি চন্দ্রৰ পথ ২৮ ভাগ কৰিলে। সেই আঠাইচৰ মাজৰ ২২ টো নক্ষত্র অভিজিত আচিল, উত্তৰাসাঢা আৰু স্রবনাৰ মাজে পৰিল; ইংৰাজি মতে তাৰ নাম লাইৰা, অর্থাৎ বিন। পাচে কাল ক্রমে জোতিসিয়াই চন্দ্রৰ পথ সমান ২৭ ভাগ কৰি লিখি, অভিজিতক নক্ষত্রৰ মাজৰ পৰা গুচালে; তাতে প্রতি নক্ষত্রৰ ঠাই বহল হৈ জোআত জি তৰা আগৰ নক্ষত্রৰ সিমাত পৰিচিল তৰাবিলাকৰ ভাগৰ পৰা আন ভাগলৈ গল। সেই ৰুপে উত্তৰ আসাঢৰ তৰা পুর্ব আসাঢৰ ঠাইত পৰে; স্রবনাৰ তৰা উত্তৰ আসাঢৰ ঠাইত পৰে; ধনিষ্ঠাৰ তৰা স্রবনাৰ ঠাইত পৰে।

প্রথম চই ৰাসিৰ তৰাবিলাক জাৰ কালি ৰাতিত মুৰৰ ওপৰ হই; সেস চই ৰাসি ৰাবিথাত ওপৰ হই। জি ৰাসিত সুর্জ থাকে সুর্জৰ প্রকাস অধিক হোৱা হেতুকে তৰা দেখিব নোআৰে। তৰা চিনিবলৈ জাৰ ইচা হই, ধবালি হলে, প্রথমতে ওৰায়ন বিচাৰিব লাগে; ৰাবিথা হলে কেঁকোৰা বিচা প্রথমতে বিচাৰিব। তাৰ তৰা অতি সুন্দৰ সমুহ।

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ ভোগ। মো° শিৱসাগৰ, জানুৱাৰি ১৮৪৯ খ্রি° অ° বঁক। নম্বৰ ১।

VOL. IV. SIBSAGOR, ASAM, JANUARY, 1849. No. 1.


## অনেক দেশৰ সম্বাদ।

General Intelligence.

শিৱসাগৰত ২২ জানুআৰিৰ ৰাতি পুৱা ৮ বজাত ভুঁইকঁপ গল; ঘৰ আদি সকলো ৰৰকৈ লৰাত ঘৰিবোৰো বল। তাৰ ১৫ মিনিটৰ পাচে আৰু এবেলি কিছু কঁপিলে।

২৩ তাৰিখৰ নিশা ১১।। বজাত ভুঁইকঁপ আকও গল।

২৭ কাতিত আলাহাবাদ নগৰৰ হিন্দুবিলাকে নগৰ ধন দিপনিত্তা কৰি এটা মচিদৰ ওচৰৰ আলিত চাকি আৰিয়া লগাবলৈ ধৰাত মচলমান লোকে বেজাৰ পাই দা তৰোৱাল লৈ আহি দুই তিনি মানুহক মাৰিলে। পাচে পোলিচৰ বৰকান্দাজে আহি যুঁজ ভাঙিলে।

বম্বাইৰ ওচৰৰ মেজাগাঁৱত এচকুৱা গাইৰ পোৱালি উপজিচে। তাৰ চকু নাকৰ ওপৰে মাজতে থাকে।

১ ডিচেম্বৰত কম্পানিৰ সেনাবিলাকে চেনাৱ নদি পাৰ হৈ পঞ্জাবৰ মহা চিঙে লৈতে যুধ কৰাত শিইক পৰাস্ত হৈ পলাই গল; আৰু ৰাজা আহিচে, জিলম নদিত শিইক্তে আকও কোঁঠ বান্ধিচেগৈ।

ইব্ৰাহিম বাচ্ছা নামে মিচৰ দেশৰ অধিকাৰ মিত্যু হল। তেঁওৰ মললি বাৰ পাই আবাচ বাচ্ছা এতিয়া সেই দেশৰ ৰাজ ভোগ কৰিচে।

পাৰ্চি দেশৰ বাচ্ছা তেহেৰান ৰাজ নগৰত মৰাৰ পাচে বৰ পুতেক খুব বাজে ৰজাৰ বাৰ পালে। কিন্তু দেশত অনেক বধ কৰা আৰু ডকাইত ওলাই প্ৰজাবোৰক বহু দুখ দিএ; কেৰ্মান নগৰৰ ৫০০ মানুহে প্ৰান ৰাখিবৰ নিমিত্তে পলাল; আৰু বম্বাই নগৰত থকা সিবিলাকৰ ভিতিৰ ৰজাহবিলাকৰ পৰা উপকাৰ পাবলৈ নিবেদন কৰি পঠাইচে।

ইংলণ্ড দেশৰ হোৱাইৎবৰ নগৰত ৩১ অক্টোবৰৰ ৰাতি পুৱা নাম মাটি খনা এটা গাঁতৰ বিসম বায়ুত জুই লাগি ফুটি তাৰ ভিতৰত থকা ৩০ মানুহক মাৰিলে, অকল এটা মাখোন জিলে, তাক উবাই নিলত সি গাঁতৰ মুখৰ ওচৰত পৰিল, পাচে চেতন পাই উঠি আহিল। মৰা স ২৫ টা পালে; ৫ টা কতবাত মাটিএ পুতিলে, বিচাৰি নে পালে।

এত্তিনবৰ নগৰত চাৰি কুৰি হাত দিঘল ৭ ৰুমপিয়া চেনি পগোৱা এটা বৰ ঘৰ ওপৰ মজুৰ হোৱাত অকস্মিতে ভাগি খোঁচ খাই ভুঁইকঁপৰ নিচিনাকৈ সবদেৰে পৰিল। তাৰ ভিতৰত ২০ মান মানুহ আচিল; পাচ দিনা চাইটা, তাৰ পাচ দিনা চটা ধাৰি উলিয়ালে; ৫ টা জিয়া, ৫ টা মৰা আচিল; সি দহোটা নে পালে।

জান নামে এখন আজি নিয়া জাহাজ ১২৪ যাত্ৰিক লৈ গৈ ২৬ চেপ্তেম্বৰত চেন্ত লৰক নদিৰ মুখে সোমাই অন্য জাহাজত খুন্দা খাই ভাগিল। তাতে যাত্ৰি সকল ভয়ৰ খোঁটাসিত থাকোঁতে কাপ্তানে দুআৰবোৰ মাৰি নিৰ্দয়া ৰূপে সিইতক এৰি, জাহাজৰ বমুআই লৈতে সেই জাহাজত উঠি গল। পাচে যাত্ৰিএ অবস্থা জানি বৰ দুখেৰে দুআৰ ভাগি ওলাল; আৰু দুখ বুজাবৰ নিমিত্তে ওপৰে কাপৰ আৰি থলত প্ৰিক্কি বয়ল জাহাজে তুৰি আঁতৰে তাক দেখি সৈ জাহাজ নৌ যুৰোঁতেই সিবিলাকক তুলি ৰক্ষা কৰিলে।

২৭ চেপ্তেম্বৰৰ ৰাতি কানেল নামে জাহাজে

উলিয়ম পিট নামে জাহাজত ধুমা খাই এওঁৰ মান বেলি লাগি থাকিল; পাচে মুকলি হৈ আঁতৰ হলত সেই উলিয়ম পিট জাহাজৰ পৰা বহু মানুহে এটাই পৰা শুনিলে, তাৰ পাচে যে দেখিলে আন্দাজে বুজিলে, সেই জাহাজ ভাগি সকলো মানুহে সৈতে তল গল।

কাৰিট প্ৰুদিপ দলৰ ওচৰত মকল নামে এজন মানুহে এটা নক মাচ পাই ঘৰলৈ লৈ জাঁওতে হাতত বান্ধিব নোআৰি দাঁতেৰে কামুৰি মাৰিবলৈ ধৰাত পিচলি মুখত সোমাই ডিঙিত লাগিল। লগত জোআ তাৰ ভায়েকে মাচৰ কান্দত ধৰি বল দিয়াত কান্দ চিগিল। পাচে উলিয়াব নোঅৰাত উসাহ নে পাই মৰিল।

হাট্‌ফিল গাঁৱৰ হাকলেদ নামে এজন খেতিয়কে আপোনাৰ বাৰিলৈ গৈ এটা বিলাতি খেৰেলু গুটি খালত তাৰ ভিতৰত যে দেখাকৈ থকা এটা বৰলে ডিঙিৰ নলিত বিন্ধিলে; তাৰ বিসত এওঁৰ মান বেলি থাকি মৰিল।

১৮ চেপ্তেম্বৰত ফ্ৰাঙ্কফৰ্ত নগৰিয়াবিলাকে অধিকাৰে সৈতে দন্দ লাগি উঠি সেনাই সৈতে যুধ কৰাত অনেক মানুহ মাৰিলে। লিখ্নৌস্কি নামে এজন প্ৰধান কোঁৱৰ নগৰৰ বাহিৰে ঘোঁৰাৰে জাঁওতে মানুহে দেখি আক্ৰমন কৰি তাকো মাৰিলে।

অস্ত্ৰিয়াৰ তল হোআ হঙ্গাৰি লোকৰ ৰাজ যেন অস্ত্ৰিয়াৰ অধিন হবলৈ অমান্তি হোআত ৰজাই সিবিলাকক দমন কৰিবৰ নিমিত্তে কঁওত লাম্বৰ্ত নামে এজন বৰ লোকক আপোনাৰ প্ৰতিনিধি কৰি বুদা নগৰলৈ পঠালে, কিন্তু হঙ্গাৰি মেলুআয়ে তেঁওক অধিকাৰ বুলি গ্ৰহন ন কৰিলে। পাচে নগৰিয়াইতে তাকে শুনি বন্দুক, দা, কুঠাৰে সৈতে গোট খাই হুৰা মুৰা কৰি সেই অধিকাৰক বিচাৰিবলৈ ধৰিলে; পাচে তেঁওক পালত বধ কৰিলে। অস্ত্ৰিয়াৰ ৰাজ নগৰ বিএনাতো সকলো প্ৰজাই হঙ্গাৰিএ সৈতে একে আলচ হোআত ফৌজবিলাকক ভৈল জাবলৈ নিদিলে, সেনাবিলাকো প্ৰায়ে অনধিন হল। তাতে সিবিলাকক দমন কৰিবলৈ কঁওত লাতৌৰ নামে এজন অধিকাৰ পাত্তিলত সিইঁতে তেঁওকো মাৰি খুঁটাৰ ওপৰত থুৰ আৰি থলে। পাচে ৰজাই গ্ৰান নগৰলৈ গৈ বহু সেনাক গোটাই নগৰে সৈতে যুধ কৰিবলৈ পঠালে। সিইঁতৰ ১,০০,০০০, মান সেনা, ১৪০ বৰ টোপে সৈতে ২৮ অক্তোবৰত যুধৰ আৰম্ভন কৰিলে। দুদিন যুধ কৰিলত নগৰিয়াই মিল হবলৈ নিবেদন কৰিলে, কিন্তু পাচে হঙ্গাৰিৰ ফৌজে সিইঁতৰ উপকাৰলৈ অহা শুনি আকও যুধ কৰিবলৈ ধৰিলে। তাতে ৰজাৰ সেনাই হঙ্গাৰিবোৰলৈ ঘূৰি সিইঁতক পৰাস্ত কৰিলে, পাচে বৰ টোপ বম গোলাৰে নগৰ মাৰি ললে, আৰু প্ৰজাৰ সকলো অস্ত্ৰ শস্ত্ৰ কাঢ়ি নিলে। সেই যুধত দুয়ো ফালৰ ৬০০০ চ হেজাৰ মানুহ মৰিল।

মেক্চিকো সমুদ্ৰত আৰু তাত থকা মাজুলিবিলাকত ২১। ২২ আগষ্টত ববথুন মেঘ বিদুলিৰে সৈতে বৰ তুফান বতাহ লাগিলত অনেক বন্দু গাঁও নগৰ নষ্ট হল। ভুইকঁপো গল; আৰু বুৱাচ মাজুলি খনেই ৫ হাত মান পানিৰ তল গল। তাত থকাবিলাকে এখন জাহাজত উঠি ৰখ্যা পৰিল। আন্তিগা মাজুলিত ২০০০ ঘৰৰ চাল বথলিয়াই গুচালে, আৰু ৭০০ ঘৰ নিচেই নষ্ট কৰিলে; বৰ বৰ গচ সিপাই সৈতে উভালি পেলালে।



# পৃথিৱিৰ বৰ্গমাইল আৰু প্ৰজাৰ মুঠ লেখা।

| | বৰ্গমাইল* | | প্ৰজাৰ সংখ্যা |
|---|---|---|---|
| ইউৰপ বৰ্ষ | ৩১,৭৫,০০০ | | ২৩,০৫,০০,০০০ |
| আচিয়া বৰ্ষ | ১,৬৫,১০,০০০ | | ৬০,০৮,০০,০০০ |
| আফ্ৰিকা বৰ্ষ | ১.১০,০০,০০০ | | ১১,০৪,০০,০০০ |
| আমেৰিকা দিপ | ১,৫৫,০০,০০০ | | ৫,০১,৫০,০০০ |
| অষ্ট্ৰেলিয়া আদি পাচিফিকৰ মাজুলি | ৫৫,৪০,০০০ | | ২৬,০০,০০০ |
| ভূমি | ৫,১৭,২৫,০০০ | মুঠে প্ৰজা | ৯৯,৪৪,৫০,০০০ |
| সাগৰ | ১৫,০০,০০,০০০ | | |
| মুঠে বৰ্গমাইল | ২০,১৭,২৫,০০০ | | |

বৰ্গমাইল সবদৰ অৰ্থ। জি ভোখৰ মাটি দিঘে পথালিএ সমানকৈ এভাঁৰ বাট হই, তাক বৰ্গমাইল বোলে।

---

### ইউৰপ বৰ্ষৰ দেসবিলাক।

| দেসৰ নাম | বৰ্গমাইল | প্ৰজাৰ সংখ্যা | প্ৰধান নগৰ | তাৰ প্ৰজা |
|---|---|---|---|---|
| গ্ৰেট ব্ৰিটন | ১,২০,০০০ | ২,৭০,০ⁿ,০০০ | লণ্ডন | ২০,০০,০০০ |
| ফ্ৰাঞ্চ | ২,১৪,০০০ | ৩,৫০,০০,০০০ | পাৰি | ৯,০০,০০০ |
| ইস্পানিয়া | ১,৮০,০০০ | ১,৪০,০০,০০০ | মাদ্ৰিদ | ১,৬০,০০০ |
| পৰ্তুগাল | ৩৪,০০০ | ৩২,০০,০০০ | লিচ্বন | ২,৫০,০০০ |
| দেন্মাৰ্ক | ২২,০০০ | ১৭,০০,০০০ | কপনাগেন | ১,০০,০০০ |
| আইচ্লণ্ড | ৩০,০০০ | ৫০,০০০ | স্কাল্হল্ট | |
| নৰোৱেই | ১,২৩,০০০ | ১২,০০,০০০ | খ্ৰিষ্টিয়ানা | ১০,০০০ |
| চুইদন | ১,৭০,০০০ | ২৮,০০,০০০ | ষ্টক্হোম | ৭৫,০০০ |
| ৰুচিয়াৰ এভাগ | ১৫,০০,০০০ | ৫,০০,০০,০০০ | পিতৰ্চবৰ্গ | ৪,৫০,০০০ |
| বেল্জিয়ম | ১১,৫০০ | ৩৫,০০,০০০ | ব্ৰুচেল | ৭৫,০০০ |
| জমানিৰ সৰু সৰু দেস | ৬৬,৫০০ | ১,১২,৫০,০০০ | ফ্ৰাঙ্কফৰ্ত্ত | ৫০,০০০ |
| প্ৰুচিয়া | ১,০৬,০০০ | ১,৫০,০০,০০০ | বৰ্লিন | ২,৫০,০০০ |
| বাবেৰিয়া | ৩০,০০০ | ৪০,৭০,০০০ | মুনিক | ৮০,০০০ |
| বহিমিয়া | ২০,০০০ | ৩৪,০০,০০০ | প্ৰাগ | ১,০০,০০০ |
| অষ্ট্ৰিয়া | ৫৬,০০০ | ৬৫,০০,০০০ | বিএনা | ৩,১০,০০০ |
| অষ্ট্ৰিয়াৰ ভল হঙ্গাৰি | ১,০৭,০০০ | ৯২,০০,০০০ | পেষ্ট | ৪৮,০০০ |
| ত্ৰানচিলবানিয়া আদি অষ্ট্ৰিয়াৰ অন্য সৰু দেস | ৫৬,০০০ | ৫৮,০০,০০০ | হৰ্মনষ্টাত | ১০,০০০ |
| চুইচ | ১৫,০০০ | ২০,০০,০০০ | বৰ্ন | ১৮,০০ |
| ইতালি | ১,২০,০০০ | ২,২০,০০,০০০ | ৰোম | ১,৪০,০০০ |
| তুৰুকৰ এভাগ | ১,৮০,০০০ | ১,২০,০০,০০০ | কনষ্টান্তিনপলি | ৬,০০,০০০ |
| গ্ৰিক | ১০,০০০ | ৬,০০,০০০ | আথিনি | ১০,০০০ |
| কান্দিয়া | ৪,০০০ | ৩,০০,০০০ | কান্দিয়া | |
| মুঠে | ৩১,৭৫,০০০ | ২৩,০৫,০০,০০০ | | |

## গ্রেট ব্রিটন নামে প্রখ্যাত হোআ দেসবিলাক।

| দেসর নাম | বর্গমাইল | প্রজার সংখ্যা | রাজ নগর | তার প্রজা |
|---|---|---|---|---|
| ইংলণ্ড | ৫২,০০০ | ১,৫০,০০,০০০ | লণ্ডন | ২০,০০,০০০ |
| ওএলচ | ৮,০০০ | ১০,০০,০০০ | | |
| স্কটলণ্ড | ৩০,০০০ | ৩০,০০,০০০ | এডিনবর | ১,৩০,০০০ |
| আয়রলণ্ড | ৩০,০০০ | ৮০,০০,০০০ | ডবলিন | ২,৩০,০০০ |
| মুঠে | ১,২০,০০০ | ২,৭০০,০০,০০০ | | |

## ইতালির দেসবিলাক।

| | | | | |
|---|---|---|---|---|
| চার্দিনিয়া দেস | ২০,০০০ | ৪০,০০,০০০ | তুরিন | ১,২০,০০০ |
| চার্দিনিয়া উপদিপ | ৯,০০০ | ৫,০০,০০০ | কালিয়ারি | ৩৫,০০০ |
| কর্চিকা | ৩,০০০ | ২,০০,০০০ | বাস্তিয়া | ১০,০০০ |
| লম্বার্দি আর বেনিচ | ১৭,০০০ | ৪৫,০০,০০০ | মিলান | ১,৩০,০০০ |
| তুস্কানি | ৮,০০০ | ১৩,০০,০০০ | ফলরেন্স | ৮০,০০০ |
| পার্মা | ২,০০০ | ৪,০০,০০০ | পার্মা | ৩০,০০০ |
| মদিনা | ২,০০০ | ৪,০০,০০০ | মদিনা | ২০,০০০ |
| রুমিয়া দেস | ১৭,০০০ | ৩০,০০,০০০ | রোম | ১,৪০,০০০ |
| নাপলি | ৩১,০০০ | ৫৭,০০,০০০ | নাপলি | ৩,৫০,০০০ |
| চিচিলি | ১১,০০০ | ২০,০০,০০০ | পালর্মো | ১,৬০,০০০ |
| মুঠে | ১,২০,০০০ | ২,২০,০০,০০০ | | |

## জর্মানির সরু সরু দেস।

| | | | | |
|---|---|---|---|---|
| হলণ্ড | ১৩,২০০ | ২৭,০০,০০০ | আমস্তদাম | ২,০০,০০০ |
| হানোবর | ১৫,০০০ | ১৬,০০,০০০ | হানোবর | ২৬,০০০ |
| মেক্লনবর্গ | ৪,৮০০ | ৫,০০,০০০ | স্বেরিন | |
| ওল্দনবর্গ | ২,৫০০ | ২,৫০,০০০ | ওল্দনবর্গ | |
| ব্রুন্সিক | ১,৫০০ | ২,৫০,০০০ | ব্রুন্সিক | ৩০,০০০ |
| হেচিয়া | ৮,৫০০ | ১৪,০০,০০০ | ফ্রঙ্কফর্ত | ৫০,০০০ |
| নাচৌ | ১,৭০০ | ৩,৫০,০০০ | নাচৌ | |
| বর্ত্তম্বর্গ | ৭,৫০০ | ১৫,০০,০০০ | স্তুত্গার্দ | ২৫,০০০ |
| বাদেন | ৬,০০০ | ১৩,০০,০০০ | কার্লস্রু | ১০,০০০ |
| চাক্চনি | ৫,৮০০ | ১৪,০০,০০০ | দ্রেচ্দন | ৬০,০০০ |
| মুঠে | ৬৬,৫০০ | ১,১২,৫০,০০০ | | |

## অস্ত্রিয়ার তল দেস।

| | | | | |
|---|---|---|---|---|
| হঙ্গারি | ১,০৭,০০০ | ৯২,০০,০০০ | পেস্ট | ৪৮,০০০ |
| ত্রানচিলবানিয়া | ১৮,০০০ | ১৫,০০,০০০ | হর্মনস্তাত | ১০,০০০ |
| গালিচিয়া লদমিরিয়া | ৩২,০০০ | ৪০,০০,০০০ | লেম্বর্গ | |
| দাল্মাতিয়া | ৬,০০০ | ৩,০০,০০০ | জারা | |
| মুঠে | ১,৬৩,০০০ | ১,৫০,০০,০০০ | | |




আফ্রিকা বর্গর দেশবিলাক।

| দেশর নাম | বর্গমাইল | প্রজার সংখ্যা | প্রধান নগর | তার প্রজা |
|---|---|---|---|---|
| মরকো | ৩,০০,০০০ | ১,৪০,০০,০০০ | মরকো | ৮০,০০০ |
| আল্‌জেরি | ৯০,০০০ | ২৫,০০,০০০ | আলজেরি | ৮০,০০০ |
| তুনি | ৭০,০০০ | ৪০,০০,০০০ | তুনি | ১,৩০,০০০ |
| ত্রিপলি | ১,০০,০০০ | ১,৫০,০০,০০০ | ত্রিপলি | ১৫,০০০ |
| ফেজান | ৬০,০০০ | ১০,০০,০০০ | ফেজ | ১,০০,০০০ |
| মিচর | ২,০০,০০০ | ৩০,০০,০০০ | কাইরো | ২,৬০,০০০ |
| নুবিয়া আর চেনার | ৩,৬০,০০০ | ২৫,০০,০০০ | দঙ্গোলা | ৫০,০০০ |
| আবিচিনিয়া | ৩,২০,০০০ | ৪০,০০,০০০ | গন্দার | ৫০,০০০ |
| চাহারা বালি | ২৫,০০,০০০ | ২,০০,০০০? | | |
| চেনিগাম্বিয়া | ৩,০০,০০০ | ৪০,০০,০০০? | তিম্বু | |
| পচিম গিনিয়া, আস্যান্তি | ১,৫০,০০০ | ৩০,০০,০০০ | কুমাচি | ১০,০০০ |
| বিনিন, দাহমিএ সৈতে | ২,৫০,০০০ | ৪০,০০,০০০ | বিনিন | ৫০,০০০ |
| দখিন গিনিয়া | ৬,০০,০০০ | ৭০,০০,০০০? | কঙ্গো | ২৫,০০০ |
| বোর্নো আদি নিগ্রলণ্ড | ১৬,০০,০০০ | ২,০০,০০,০০০? | তম্বক্তু | ২,০০,০০০ |
| আদেল আর আজান- | ৪,০০,০০০ | ৩০,০০,০০০ | জেইলা | |
| জেঙ্গিবার | ৭,০০,০০০ | ৭০,০০,০০০? | মচাম্বিক | |
| অবিদিত ইথিয়পিয়া | ২২,০০,০০০ | ১,০০,০০,০০০? | লূচা | |
| কাফ্রি আর হটেন্ত | ৪,০০,০০০ | ১০,০০,০০০? | লাত্তাকু | ১৫,০০০ |
| কেপ গুড হোপ | ১,৪০,০০০ | ২,০০,০০০ | কেপ্টৌন | ১৮,০০০ |
| মাদাগাস্কার | ২,৫০,০০০ | ৫০,০০,০০০ | তানানারিব | |
| মূঠে | ১,১০,০০,০০০ | ১১,০৪,০০,০০০ | | |

? জতে এই চিন থাকে, সেই দেশর প্রজা আন্দাজেরে লিখা হৈছে।

## আমেৰিকা দিপৰ দেসবিলাক।

| দেসৰ নাম | বৰ্গমাইল | প্ৰজাৰ সংখ্যা | প্ৰধান নগৰ | তাৰ প্ৰজা |
|---|---|---|---|---|
| গ্রিনলণ্ড, আন্দাজে | ৫,০০,০০০ | ২৫,০০০ | ৰেকিয়াবিক | |
| ৰুচিয়াৰ আমেৰিকা | ৫,০০,০০০ | ৫০,০০০ | চেঙ্কপোল | |
| ব্রিটিস্য আমেৰিকা | ৩৩,০০,০০০ | ১৫,০০,০০০ | কুইবেক | ২২,০০০ |
| আমেৰিকাৰ মিল দেস | ৩০,০০,০০০ | ২,০০,০০,০০০ | ওআসিংটন | ২৩,০০০ |
| মেক্চিকো | ১০,০০,০০০ | ৭০,০০,০০০ | মেকচিকো | ১,৫০ ০০০ |
| গুআতিমালা | ২,০০,০০০ | ২০,০০,০০০ | গুআতিমালা | ৪০,০০০ |
| বেনিজুলা | ৫,০০,০০০ | ১০,০০,০০০ | কাৰাকাচ | ৪০,০০০ |
| নুগ্রেনাদা | ৩,৮০,০০০ | ১৭,০০,০০০ | বগতা | ৪০,০০০ |
| ইকোআদৰ | ৩,২০,০০০ | ৬,০০,০০০ | কিটো | ৭০,০০০ |
| গিয়ানা | ১৬,০০০ | ২,০০,০০০ | পাৰামাৰিব | ২০,০০০ |
| ব্রাজিল | ২৫,০০,০০০ | ৫০,০০,০০০ | ৰিয়জানেৰো | ১,৫০,০০০ |
| পিৰু | ৫,০০,০০০ | ১৫,০০,০০০ | লিমা | ৭০,০০০ |
| বলিবিয়া | ৩,২০,০০০ | ১২,০০,০০০ | লাপাজ | ১০,০০০ |
| লাপ্লাটা | ১৫,০০,০০০ | ২৫,০০,০০০ | বৈনচেৰচ | ১,০০,০০০ |
| পাৰাগৈ | ১,৫০,০০০ | ৬,০০,০০০ | আচম্চান | ৬,০০০ |
| মন্তিবিদেয়ো | ২,২০,০০০ | ১,৭৫,০০০ | মন্তিবিদেয়ো | ১৬,০০০ |
| চিলি | ১,৪০,০০০ | ১২,০০,০০০ | চান্তিয়াগো | ৫০,০০০ |
| পাটাগনিয়া, আন্দাজে | ৩,৫০,০০০ | ৫,০০,০০০ | | |
| কুবা উপদিপ | ৫৪,০০০ | ১০,০০,০০০ | হাবানা | ১,৩০,০০০ |
| হাইটি | ২৯,০০০ | ১০,০০,০০০ | কেপ্‌হেনৰি | ১৫,০০০ |
| জামেকা | ৬,০০০ | ৪,০০,০০০ | কিংষ্টন | ৩৩,০০০ |
| পৰ্তৰিক | ৪,০০০ | ৩,০০,০০০ | চানজোআন | ৩০,০০০ |
| আন মাজুলি | ১১,০০০ | ৭,০০,০০০ | | |
| মুঠে | ১,৫৫,০০,০০০ | ৫,০১,৫০,০০০ | | |





শ্রী প্রাননাথ বৰুআই লিখা
কলিকতা আদি ভাটি দেসৰ বিবৰন।

Prannath Borua's Description of Calcutta.

আমি তিৰ্থ জাত্ৰাৰ কাৰন দখিন পচিম এই সকল জি জি ঠিলাত আগেয়ে কোনো কালে নে দেখা দেখি অহা হৈচে, তাক সংগ্ৰহ কৰি স্রিজুত পাদুৰি চাহাবক চাপা কৰাৰ কাৰন দিয়া জাই।

প্ৰথমতে মুৰ্চিদাবাদ চহৰত নেবাবৰ দুআৰত দুটা জন্তু দেখিলোঁ তাৰ হাত ভৰি সকলো সিংহৰ দৰ মুখ খন আৰু মুৰটো মানুহৰ নিচিনা আগ ঠেঙৰ মাজতে তিৰোতাৰ নিচিনা দুই স্তন (আগষ্ট মাহৰ অৰুনোদইত জি স্ফিংচৰ কথা লিখা গল, এনে জন্তুৰ সেই মূৰ্ত্তি।)

পচিমত সিতাকুণ্ড নামে এটা পুখুৰি আছে, তাৰ পানি বক বক কৰি তলৰ পৰা উতলি থাকে; এক নলাই দি সেই পানি গৈ আছে, আৰু চকুৰে দেখালৈকে তপত। সেই পুখুৰিৰ পানিৰ ওচৰত বহিলে ভৰি পুৰিব খোজে, কিন্তু চাউল দিলে ভাত ন হই; মানুহে চুব নোঅৰা তপত। আৰু গয়াৰ কল্গুবালি বুলি এক ঠাই আছে, ওপৰে বালি খানিলে পানি ওলাই। সেই পানিৰ লগত বলিয়ৰা মাচৰ নিচিনা সৰু সৰু মাচ অনেক ওলাই। আৰু কটকলৈ জোআ বাটত বৰ নদি বুলি এখন আছে, তাত পাটলি নাও জোৰকৈ এক হাতৰ আঁতৰে সালৰ চতি লগাই ওপৰে পাট পাৰি, হাতি দুটিয়াকৈ পাৰ কৰিবৰ দেখিচোঁ। আৰু স্রিখেত্ৰত পাঁচ ঠেঙিয়া বলদ আছে চাইটা ভৰি ইবোৰ গৰুৰ নিচিনা, এটা গলধনৰ চুটৰ পৰা মাটিৰ ফালেগতৰ ওপৰত ওলমি থাকে। এক এক গাইত পুআ /৮ সেৰ, গখুলি /৮ সেৰ গাখিৰ ওলোআ গৰু দেখিচোঁ। চাগলি একো জনৰ বাট খামোচ নে পাই, ফালেগত মান দিঘল; দুই বেলাত /৪ সেৰ গাখিৰ সততে ওলাই। পচিমৰ মহবোৰ গৰুএ সৈতে একে লগেই ৰাখে। গৰুতকৈ মহ কেতবোৰ সৰু, সিং এহাত মান, নেজ গচ গৰুৰ দৰে মাটিত পৰা। আৰু সেই খনৰ মগনিয়াৰ মানুহ কেতবোৰে পইচা খোজাত নি দিলে তাৰ আপোনাৰ নাক বা কান খন কাটে, নাইবা বুকুত মিত খন সুমাই দিএ, এনে মানুহ আছে।

আৰু কলিকতা চহৰত কলেজৰ ঘৰত ইংৰাজিএ জত মলুক দখল কৰিচে, তত মলুকৰ বিক্রিতি হৈ জি সকল মানুহ গৰু চৰাই হই, সেই সেই জন্তুবোৰ ৰাখি থৈচে। চাৰি হাতেৰে, তিনি চকুআ, দুই মুৰিয়া, তিন ঠেঙিয়া, তিনি মহিয়া, চাৰি মহিয়া, দহ মহিয়া পৰ্জ্জন্ত সৰাবোৰ আছে। চৰাই পোআলি চাৰি ঠেঙিয়া, দুই মুৰ, দুই ঠোঁট, এনে আছে। বন মানুহ তাতে আছে ওখ চৰচৰিয়া সৰাটোৰ সমান; গাটো নিচেই মানুহৰ দৰ, মুখ খন বান্দৰৰ নিচিনা। আৰু জন্তু এটা আছে, সহতকৈ দিঘল আৰু ওখ, তাৰ পেটত এক জোলোঙাৰ দৰে আছে তাৰ পোআলি চৰিবলৈ জাই, পিচে আহি তাতে সোমাই থাকে। আৰু মৰা সিংহো আছে, সেয়ে বাঘৰ নিচিনা হই।



পেটত জোনা থকা জাঙাৰ পশু।

চহৰত দিযে পথালিএ এদিনৰ বাট আন্দাজ হই; এতিয়া চকেদ পকি লেলান। আলিবোৰত এবেলি গলে তাৰ ঠিক ধৰিব নোআৰি; আৰু জি ধন টিলা আছে, টিলাৰ দুআৰত গোৰা চাহাবৰ নিচিনা এজন, কলা দু জন চিপাহি থিয় হৈ থাকে। তাৰ ভিতৰত লোহাৰ পিত-লৰ কত বন্দুক আছে, তাৰ ঠিক নাই; আটাই-বোৰ বৰ টোপ, আৰু গুলিৰ বম গোলাৰ দল আছে। আৰু লৰ্ড চাহাবৰ সিংহ দুআৰত দুই কালে ৰঙ্গা, কলা, গৌজিয়া, এনে গিলাচৰ নিচি-না টেকেলিবোৰত ওলোমাই থোআ দুই হেজাৰ মান চাকি লগাই। দুৰৰ পৰা অনেক ৰৰনিয়া তৰাবোৰ জেন দেখে। আৰু গোটেই ধন জিলাত ১০।১২ টাৰৰ আঁতৰে এক এক লোহৰ খুঁটাৰ ওপৰে এক এক কানুচ লগাই। আৰু কলেৰে পানি তুলি চহৰৰ দুআৰৰ মুখে মুখে একোটা সৰু পুখুৰি আছে, ৰাতিপুৱা গধুলি তৰাই দিএ। সেই পানি কোন পোনে আছে, কোন পোনে জাই, তাৰ ঠিক নাই, এই সকল কথা দেখা গল। বিলাইতৰ পৰা অহা সৰু জাহাজ গঙ্গাৰ ঘাটত নাৱৰ ওপৰে মানুহ পাৰ হব পাৰে ইমান ভাঠ। গঙ্গাৰ মাজত তামৰ ডিমা লাউৰ দৰে ওপঙ্গি থাকে, তাতে সেই জাহাজবোৰ বান্ধে; ডিমা আন্দাজে ৫। ৬ হাত মান ডাঙ্গৰ। আৰু বানি-চৰত জি জি জাহাজ আছে কলিকতালৈ নাহে; সেই জাহাজ বহলে চাহাবৰ বঙ্গলাৰ সমান, দি-ঘলে এনে দোজোধা মান। আৰু তাতে লোন পগাই দম দম কৰি থোআ দেখিলোঁ; সেৰে দুই পইচা দাম। আৰু তাৰে পৰা আহি দিনে ৪ টা ৪ টা চৌও কলিকতাই দি জাইহি, সেই চৌও আহোঁতে উজনি জাঁওতে ভাটি এক দুপৰ মানৰ বাটত নাও বাব নে লাগে, বেগেআহে জাই।



Almanac for February, 1849.

## ফেব্ৰুআৰি, অৰ্থাত ফাগুন, ১৮৪৯।

| | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|
| বি | ১ | ২০ | ৬।৫০ | ১২।১৪ | ৫।৩৮ | ৮ | ১ | ১৮।৪২ | ০।২৭ |
| সু | ২ | ২১ | ৬।৪৯ | ১২।১৪ | ৫।৩৯ | ১০ | ৪ | ১৯।৩৯ | ১।১৩ |
| স | ৩ | ২২ | ৬।৪৮ | ১২।১৪ | ৫।৪০ | ১১ | ৫ | ২০।৩৮ | ২।১৬ |
| দেও | ৪ | ২৩ | ৬।৪৮ | ১২।১৪ | ৫।৪০ | ১২ | ৬ | ২১।৩৭ | ৩।১৯ |
| সো | ৫ | ২৪ | ৬।৪৭ | ১২।১৪ | ৫।৪১ | ১৩ | ৭ | ২২।৩৫ | ৪।১৮ |
| ম | ৬ | ২৫ | ৬।৪৭ | ১২।১৫ | ৫।৪২ | ১৪ | ৮ | ২৩।৩৩ | উআই |
| ব | ৭ | ২৬ | ৬।৪৬ | ১২।১৫ | ৫।৪৩ | ১৫ | ৯ | পূআ | ৬।২ |
| বি | ৮ | ২৭ | ৬।৪৬ | ১২।১৫ | ৫।৪৪ | ১৬ | ১০ | ০।২৬ | ৭।৫ |
| সু | ৯ | ২৮ | ৬।৪৫ | ১২।১৫ | ৫।৪৪ | ১৭ | ১১ | ১।১৮ | ৭।৪৯ |
| স | ১০ | ২৯ | ৬।৪৫ | ১২।১৫ | ৫।৪৫ | ১৮ | ১২ | ২।৮ | ৮।৪৪ |
| | | ফাগুন | | | | | | | |
| দেও | ১১ | ১ | ৬।৪৪ | ১২।১৫ | ৫।৪৬ | ১৯ | ১৩ | ২।৫৪ | ৯।৩৭ |
| সো | ১২ | ২ | ৬।৪৩ | ১২।১৫ | ৫।৪৭ | ২০ | ১৪ | ৩।৩৯ | ১০।২৮ |
| ম | ১৩ | ৩ | ৬।৪৩ | ১২।১৫ | ৫।৪৭ | ২১ | ১৫ | ৪।২৩ | ১১।২১ |
| ব | ১৪ | ৪ | ৬।৪২ | ১২।১৫ | ৫।৪৮ | ২২ | ১৬ | ৫।৮ | পূআ |
| বি | ১৫ | ৫ | ৬।৪১ | ১২।১৫ | ৫।৪৯ | ২৩ | ১৬ | ৫।৫৩ | ০।১১ |
| সু | ১৬ | ৬ | ৬।৪০ | ১২।১৪ | ৫।৪৯ | ২৪ | ১৭ | ৬।৩৯ | ১।১ |
| স | ১৭ | ৭ | ৬।৩৯ | ১২।১৪ | ৫।৫০ | ২৫ | ১৮ | ৭।২৫ | ১।৫০ |
| দেও | ১৮ | ৮ | ৬।৩৮ | ১২।১৪ | ৫।৫০ | ২৬ | ১৯ | ৮।১৩ | ২।৩৯ |
| সো | ১৯ | ৯ | ৬।৩৭ | ১২।১৪ | ৫।৫১ | ২৭ | ২০ | ৯।২ | ৩।২৭ |
| ম | ২০ | ১০ | ৬।৩৬ | ১২।১৪ | ৫।৫২ | ২৮ | ২১ | ৯।৫২ | ৪।১৫ |
| ব | ২১ | ১১ | ৬।৩৬ | ১২।১৪ | ৫।৫২ | ২৮ | ২২ | ১০।৪২ | ৪।৫৯ |
| বি | ২২ | ১২ | ৬।৩৫ | ১২।১৪ | ৫।৫৩ | ২৯ | ২৩ | ১১।৩২ | ৫।৪০ |
| সু | ২৩ | ১৩ | ৬।৩৪ | ১২।১৪ | ৫।৫৪ | ৩০ | ২৪ | ১২।২২ | অস্ত |
| স | ২৪ | ১৪ | ৬।৩৩ | ১২।১৪ | ৫।৫৪ | ১ | ২৫ | ১৩।১২ | ৭।১৯ |
| দেও | ২৫ | ১৫ | ৬।৩২ | ১২।১৩ | ৫।৫৫ | ৩ | ২৬ | ১৪।২ | ৮।১৭ |
| সো | ২৬ | ১৬ | ৬।৩১ | ১২।১৩ | ৫।৫৫ | ৪ | ২৭ | ১৪।৫৩ | ৯।১৯ |
| ম | ২৭ | ১৭ | ৬।৩০ | ১২।১৩ | ৫।৫৬ | ৫ | ১ | ১৫।৪৫ | ১০।২০ |
| ব | ২৮ | ১৮ | ৬।২৯ | ১২।১৩ | ৫।৫৭ | ৬ | ২ | ১৬।৩৯ | ১১।২২ |

পুৰ্নিমা ৭ দিনৰ ৫। ৩৩ ভাটি।

আমাৱাস্যা ২৩ দিনৰ ৭।৪৮ পুআ সুৰ্জৰ গ্ৰহন গ্ৰহবিলাকৰ ঠাই। সুৰ্জ ২৩ ধনিষ্ঠা; বুধ ২৪ সতভিসা; সুকুৰ ২৫ পুৰ্ব ভাদ্ৰুপদ; মঙ্গল ২০ পুৰ্বাসাঢা; বৃহস্পতি ৯ অস্লেসা; সনি ২৫ পুৰ্বভাদ্ৰুপদ।

২০ ফেব্ৰুআৰি সিৱৰাতি কাচাৰি বন্ধ।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science and General Intelligence, is printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোঙা। মোং সিৱসাগৰ, ফেবৰুআৰি ১৮৪৯ খ্ৰিং অং অংক। নম্বৰ ২।

VOL. IV. SIBSAGOR, ASAM, FEBRUARY, 1849. No. 2.





## সূৰ্জৰ গ্ৰহন লগা কথা।

Eclipse of the Sun, Feb. 23, 1849.

এই ফেবৰুআৰি মাহৰ ২৩ তাৰিখৰ ৰাতি পুৱা সূৰ্জৰ গ্ৰহন হব, বেলি উদই নৌ হওঁতেই গ্ৰহন লাগোঁতে আমি আৰম্ভন নে দেখিম। ৬॥ বজাত সূৰ্জ ওলোআৰ সময়ত ওপৰৰ বাঁও ফালৰ নকচাত লিখাৰ দৰে সূৰ্জৰ ওপৰ ভোখৰ চন্দ্ৰে গ্ৰাহ কৰিব, অৰ্থাত তাৰ তলে জোআত আৰকৈ ধৰে মাখোন। চন্দ্ৰতকৈ সূৰ্জে পচিমলৈ বেগাই গতি কৰি, ক্ৰমে ক্ৰমে সেই আৰত সৰহকৈ সোমাই জাই; ৭ বজাত তাৰৰ ন হলে দুতিয় নকচাৰ দৰে দেখা জাব; কলা ভোখৰ চন্দ্ৰ বুজিবা, তলৰ বগা ভোখৰ সূৰ্জ। তাৰ ১৫ মিনিটৰ পাচে ৭। বজাত গ্ৰহনৰ মাত্ৰ হৈ প্ৰায়ে সৰ্বগ্ৰাহ হব; দখিন কালে সূৰ্জৰ অলপ ওলাই থাকিব। সেই ক্ৰমে দুয়ো গতি কৰি, ৮॥ বজাত সূৰ্জে চন্দ্ৰৰ পাৰ হৈ এৰি জোআত গ্ৰহন ভাগিব।

প্ৰিথিবিৰ কোন কোন দেসত এই গ্ৰহন দেখা জাব, তাক বুজাবৰ নিমিত্তে তলত দেসৰ নকচা





আৰু গ্ৰহনৰ পথ লিখিচোঁ সেই কলা আঁকটি গ্ৰহনৰ মাজ পথ, তাত থকা মানুহে চন্দ্ৰৰ চাৰিও পোনে আৰ চিৰ নিচিনা সূৰ্জ্জক ৰঙা দেখিব; বৰ সুন্দৰ, এই নকচাৰ দৰে হব। অসম দেস সেই আঁকৰ দখিনে থকাত আধটি পুৰ নে দেখিব; খেহ আৰু তিবেত দেসত দেখিব। নকচাত ফুটেৰে জি আঁক লিখিচে, সেয়ে গ্ৰহনৰ সিমা; তাৰ বাহিৰে থকা মানুহে একো গ্ৰহন নে দেখিব; সিমাৰ ওচৰত থাকিলে অলপ মাথোন দেখিব। ওপৰ কালে জি বেঁকা সৰু আঁক আচে, তাত থকা লোকে মধ্য গ্ৰহনত বেলি মাৰ জোৱা দেখিব; বাঁও হাতে জি বেঁকা আঁক, তাত থকা লোকে সূৰ্জ্জোদই কালত মধ্য গ্ৰহন দেখিব।

মাৰ্চ মাহৰ ৯ দিনৰ ৰাতি পুআৰৰ সময়ত চন্দ্ৰৰ গ্ৰহন লাগিব, ইয়াত নে দেখে, পচিমৰ ঠাইবিলাকত দেখিব।

১৮ আগষ্টত পুআ ৯।৩৪ বজাত সূৰ্জ্জৰ গ্ৰহন হব, কিন্তু অসম দেসত চন্দ্ৰ দখিন হোআত ইয়াত আৰ ন হব; অষ্ট্ৰেলিয়া আৰু দখিন সাগৰত দেখিব।

২ চেপ্তেম্বৰত নিসাৰ ১০।৫ ঘণ্টাৰ পৰা মানিসাৰ ০।৫১ মিনিটলৈকে চন্দ্ৰৰ অৰ্ধগ্ৰাহ হব। অসম দেসত দেখিব। এই চাইটা গ্ৰহনৰ বাহিৰে এই বচৰত আৰু ন হব।

## অনেক দেসৰ সম্বাদ।

General Intelligence.

কলিকতা নগৰত ১৮ ডিচেম্বৰৰ গধুলিত ইউজিন মেনেচ নামে এজন ডেকা মানুহ ইগল জাহাজৰ বেৰত বহি থাকোঁতে একাললৈ ভৰ পৰি অকস্মিতে পানিত পৰি মৰিল।

জানুআৰি ৫ তাৰিখত অৰ্জ্জ আমষ্ট্ৰং নামে এখন জাহাজ কলিকতাৰ পৰা গঙ্গত ভিতৰত জুই লাগি পুৰি থকা বুজিলে। তাতে প্ৰথাৰ ২০০ ঘৈলা তলত থকা হেতুকে ধোঁৱৰ দৰে ফুটে বুলি ভই কৰি জাহাজৰ মানুহে তলে বিন্ধা দি পানি সমালে। পাচে আন জাহাজত উঠি ৰখ্যা পালে।

৫ ডিচেম্বৰত কম্পানিৰ সৈন্যবিলাকে মুলতান ৰাজ নগৰ বেৰি জুধ কৰিবলৈ ধৰিলে। ২৭ তাৰিখত বাহিৰ কোঁঠবিলাক আক্ৰমন কৰি ললে; সেই দিনত সিবিলাকৰ চাৰি স মান মানুহ মৰিল। ২৮।২৯ সেই দু দিনত বৰ টোপ বম গোলাৰে নগৰলৈ গুলিয়াই থাকিল। ৩০ ডিচেম্বৰত গুলিয়াওতে মুলতানৰ খাৰ ঘৰত এটা বম গোলা পৰিলত একে বেলিএই ৫০০০ পাঁচ হেজাৰ মোন খাৰ ফুটি ঘৰ দুআৰ আটাইবিলাক উৰুআই নি ভুঁইকঁপৰ নিচিনা সকলোৰে দেস থৰকে লৰালে। সেই সময়ত খাৰ ঘৰৰ ওপৰত ৩০০ মানুহে খাৰৰ টোটা কৰি আচিল, সিইতক উৰুআই পেলালে, আৰু ৰাজ ঘৰো ভাঙ্গি ৰজাৰ পৰিয়ালক উৰুআই নিলে, এই বাত্ৰা পত্ৰত লিখিচে। ৰজা আপুনি ওচৰৰ ঠাইত এটা বৰ টোপ গুলিউআ চাই থাকোঁতে ইটা এডোখৰ গৈ তাৰ গাত পৰি খুন কৰিলে। ৰজাৰ বৰ ভঁৰালত চাউল আদি খোআ বস্তু ৫ লাখ মান টকাৰ আচিল; তাতো জুই লাগি দু দিনলৈকে পুৰি আচিল। ৩১ তাৰিখত মুলতানৰ সেনা ওলাই জুধ কৰিব ধৰিলে, কিন্তু জুধত ঘাটি অনেক মৰিলত. হেকি আকৌ নগৰত আস্ৰুই ললে। পাচে ২ জানুআৰি তাৰিখত বৰ টোপৰ গুলিৰে গৰ ভাঙ্গি বাট কৰা হলত সকলো চিপাহিএ গোৰা সেনাই সৈতে আক্ৰমন কৰি সোমাই নগৰ থন ললে। মুলতান ৰজাই নগৰৰ কাসৰৰ এক কোঁঠত সোমাই আস্ৰুই ললে। মুলতানৰ ২৫ হাতি আৰু ১৪ বৰ টোপ চিপাহিৰ হাতত পৰিল।

লৰ্ড লিণ্ডেই নামে এজন ইংৰাজি লোকে মিচৰ দেসলৈ গৈ এক পুৰনি মৈদামৰ ভিতৰত মিচৰৰ দস্তুৰে সুকাই থোআ এটা স পালে, তাত জি লিখা আচিল তাৰে দুহেজাৰ বচৰৰ পুৰনি হোআ বুজিলে। স মেৰোআ কাপৰ গুচাই মৰাটৰ হাতত পনকৰ নিচিনা এটা মুল পালে। গজে নে ন গজে ইয়াক জানিবলৈ ৰুই থলে, পাচে গজি বাঢ়ি তাৰ বৰ সুন্দৰ ফুল ওলাল।

ভুমাজৰ সমুদ্ৰতকৈ মৰা সাগৰ ৭৭৭ হাত চাপৰ জোআ জখি পালে



General Taylor, President elect of the United States.

আমেৰিকা মিল দেশৰ প্ৰজাবিলাকে জেনৰল টেইলৰ চাহাবক ৪ বচৰলৈকে প্ৰেচিদন্ত অৰ্থাত দেসাধিকাৰ বাব দি ৰজাৰ দৰে পাতি থলে। তেঁওৰ বয়স ৬৪ বচৰ। সেই চাহাবৰ নকচা ওপৰত লিখা আছে।

কলিকতাৰ পৰা নেপাল দেসলৈ এখন নাও জাঁওতে পোলিচৰ অধিকাৰে তাক ধৰি বিচাৰ কৰাই, ধানৰ তলত লুকাই নিয়া আঠোটা বৰ টোপ পালে।

চুইচ দেসৰ লোকে ওক্‌চেন্বিন নামে দেসাধিকাৰ একজনক বাচি লৈ পাতি থলে।

ৰোম নগৰত পাপা ৰজাৰ সেনাই প্ৰজাই সৈতে যুধ কৰাত সেনাবোৰ হাৰিল। পাচে ৰজাৰ প্ৰধান মন্ত্ৰি কওন্ত ৰচিএ আপোনাৰ ৰথৰ পৰা নামোঁতে কোনো মানুহে ওচৰলৈ আহি তাৰ ওপৰত পৰি দাৰে খুঁচি মাৰিলে। ইয়াকে দেখি ২৪ নৱেম্বৰৰ ৰাতি কমিয়া ৰজাই পলাই গল। এতিয়া নাপলিৰ ওচৰৰ গৈতা গাঁৱত থাকিচে।

চৰ্কাচি লোকৰ স্যামিল নামে সেনাপতিএ সৈতে ৰুচিয়া ৰজাই মিল কৰিলে; তাতে ৰুচিয়াৰ ১,৫০,০০০ সেনা আন ৰসলৈ আজৰি পাইচে।

১৮৪৮ সংকত মলমাইন নগৰৰ পিয়ল কৰাত তাৰ ৩৬,৮৯৮ মানুহ আচিল; মান বাপু লোক ৩৮৬; বৌধ ধৰমৰ মঠ ৮৫; বামুনৰ নাম ঘৰ ৪; মচলমানৰ মচিদ ১২; খ্ৰিষ্টিয়ান নাম ঘৰ চাইটা; কমিয়া পাদুৰি ১০ জন।

ইংলণ্ড দেসৰ নৰ্ফক নগৰত জেৰেমি নামে একজন লোকৰ ঘৰলৈ এটা মুখা পিন্ধা মানুহে আহি ঘৰৰ গৰাকি আৰু তাৰ পুতেকক গুলিয়াই বধ কৰিলে, তিৰোতা আৰু এটা চাকৰকো গুলিওআত গাত গুলি লাগিল। কাৰন কি, কেৱে নে জানিলে।

৮ আগষ্ট তাৰিখত ইংলণ্ডৰ বিগ্‌তন গাঁৱৰ গ্ৰিৰ নামে এটা মানুহে ওচৰত থকা গাঁৱৰ পৰা আপোনাৰ ঘৰলৈ উভতি জাবলৈ বেলি হলত গাঁৱিএ লৈতে জোআ তাৰ এটা মিতিৰে তাক গাঁৱিত তুলি নিবলৈ নিমন্ত্ৰন কৰিলে। তাতে সি মন নি দি এই ঠাইত ৰাতি থাকিম বুলি কৈচিল। পাচে মিতিৰে কাৰন সোধাত সি কলে, কাৰন আচে, কব নোআৰি, তোমোলাকে হাঁহিবা। তাতে মিতিৰ আৰু অন্য মানুহে বৰকৈ সোধাত সি কলে, দুই ৰাতি একে সপোন দেখিলোঁ, মই গাঁৱিত উঠি তাৰ পৰা পৰি মৰোঁ। তেতিয়া সিবিলাকে সপোনত একো ন হই বুলি, বৰকৈ ধৰাত সি উঠি গল; পাচে ঘৰৰ ওচৰ পাঁওতে এন্ধাৰত গাঁৱি সিলত লাগি লুটি খালে; সি সিলত পৰি মুৰ ভাগি মৰিল, মিতিৰো বৰ দুখ পাই জিলে।

চেপ্তেম্বৰৰ ১৬ তাৰিখত ডবলিন নগৰত থকা কেচি নামে এটা মানুহ ফটিকাৰে বলিয়া হৈ ঘৰৰ জখলা তেৰে খোজ মানৰ পৰা পৰি তিনি ভাগি একেৰি মানতে মৰি গল।

২২ অক্তোবৰত ব্ৰিলি গাঁৱত হুইত্‌ফৰ্দ নামে ফটিকা খোআ একজনে এধা বলিয়া হলত, আৰু ফটিকা বিচাৰিবলৈ জান খুজি দুআৰলৈ গৈ ঘৈনিএকে তাক বন্ধ কৰা দেখিলে। তাতে খঙ উঠি কাঠ একোখৰ লৈ তাইৰ মুৰ মৰিয়াই ভাঙিলে, ফটিকাৰ গুন এই।

হুম্বাৰ নদিত সাগৰৰ জোআৰ সোমাই ২০ হাত দিঘল তিমি মাচ এটা আনিলে, পাচে ঢৌ হুহকি গলত সেই মাচ বামত লাগি ৰল, গাঁৱলিয়াই পালে।

[illegible] জনষ্টন নামে কাপ্তা-
নে ১৯ [illegible] কুলি লৈ ১ ডিচেম্বৰ
তাৰিখে [illegible] লণ্ড দেশত য়াইগো
নগৰ [illegible] ৰৰ বতাহ ধুমুহা
হৈ [illegible] টো বাগৰি জোআত,
[illegible] ঘোঁথি তাত থাকিবৰ
[illegible] জাহি সকলোকে
[illegible] ৰৌটালি ১০ হাত
[illegible] ৫ হাত ওখ, একুৰি
[illegible] পৰা ঠাই। তাৰ ওপ-
[illegible] এটা বাট আছিল; পা-
[illegible] বাটো বন্ধ কৰিলে।
[illegible] ওপৰা উপৰি হৈচা
[illegible] বায়ু ওৰ পৰিলত
[illegible] হেতুকে উসাহ নিং
[illegible] বাকৈ ওলাবলৈ খুন্দিয়া
[illegible] গা থেতেলা হৈ মৰি-
বলৈ ধৰিলে; [illegible] সৰহত লিইতৰ হাই
[illegible] টা বলি মানুহে গ্ৰমে-
ৰে বাট [illegible] মানুহ আঁটাইবোৰ মৰিল
[illegible] তই পাই মুকলি
কৰিলত [illegible] দিয়া একে লগে পৰি
আছিল [illegible] জিও নুমাই থল, বায়ু
[illegible] তাহ চলিলত মানুহ

সোমাব পাৰিলে, তেতিয়া মতা তিৰোতা লৰা ৭৩ টা মৰা পালে, উসাহ নে পাই মৰি নিচেই ক্লা পৰি থল। পাচে লণ্ডণ্ডেৰি নগৰত জাহাজ সো-মাল, তেতিয়া নগৰৰ অধিকাৰে কাপ্তান আদি সকলো জাহাজৰ বনুআক ধৰি দোষ পোচ কৰি-বৰ নিমিত্তে কইদ কৰি থলে।

ডিচেম্বৰৰ প্ৰথম তাৰিখে লণ্ডন নগৰৰ পুলিস নামে একনি বাৰি তিৰোতাই কিবা কাম কৰিবৰ নিমিত্তে আপোনাৰ ১৪ বচৰিয়া জিএকক ঘৰত থৈ গল। পাচে আহিলত কাম কৰা ন হল দে-খি জিএকৰ ডিঙি আৰু হাতত তোল লগাই সোআ খাটৰ খুঁটাত বান্দি থলে। তাতে জিএ-কে মুকলি হবলৈ বল দিলত ডিঙিত চোচনি খো-আত নিশা মাকে উঠি চাই মৰা দেখিলে। ।

---

অষ্ট্ৰেলিয়া আদি কৰি পাচিফিকৰ মাজুলি।

| | বৰ্গমাইল | প্ৰজা |
|---|---|---|
| অষ্ট্ৰেলিয়া | ৩০,০০,০০০ | ২০,০০,০০০ |
| বান্দিমন | ৩০,০০০ | ৫০,০০০ |
| পাপুআ আৰু ওচৰ মাজুলি | ৪,০০,০০০ | ১,০০,০০০ |
| নুজিলণ্ড | ১,০০,০০০ | ১,৫০,০০০ |
| হাবাই আদি সক মাজুলি | ১০,০০০ | ৩,০০,০০০ |
| দখিন দিপ আমাৰে | ২০,০০,০০০ | ০০০ |
| মুঠে | ৫৫,৪০,০০০ | ২৬,০০,০০০ |

## খৰমৰ কথা বাৰ্ত্তা।

Religious Intelligence.

আমেৰিকান ইপিস্কপাল মিস্যনেৰি সমাজে গ্ৰিক দেশৰ আথিনি নগৰ, আফ্ৰিকা দেশৰ কাবালা, তুৰুক দেশৰ কনষ্টাণ্টিনপলি, চেহ্ দেশৰ স্যাংহাই এই চাৰি নগৰতে পঁচা পাদুৰি ৬ জন আছে। সেই সমাজে বছৰৰ ভিতৰত ৮০,০০০ ধন পঠাই দিলে।

আমেৰিকা দেশৰ কৰন মিস্যনেৰি খৰম সমাজে গোটা বছৰত তুলি দিয়া ধন ৫,০৮,০০০; দেশে দেশে পঁচা পাদুৰি আৰু উপদেসক ৫৫৭; মণ্ডলি ৭৫; মণ্ডলিৰ লোক ২৫,৯৩৯; বছৰৰ ভিতৰত গ্ৰহন কৰা সিস্য ১,৮৩৮; ইস্কুলৰ লৰা ১১,৮৪৫।

ইংৰাজি দেশৰ ওএচ্‌লিয়ান মিস্যনেৰি খৰম সমাজে গোটা বছৰত ১০,০০,০০০ দহ লাখতকৈ অধিক ধন তুলি দিলে। সিবিলাকে পঁচা পাদুৰি আৰু বিস্বাস কৰা সিস্যৰ এয়ে লেখ।

| দেস | পাদুৰি | সিস্য | ইস্কুলৰ |
|---|---|---|---|
| আয়ৰলণ্ড | ২৪ | ২,৮৩৯ | ৩,৯৫১ |
| ইউৰপৰ আন দেস | ২৬ | ১,৭১৪ | ১,৪৮৬ |
| পচিম আফ্ৰিকা | ২১ | ৪,৮৮৩ | ৪,১৮০ |
| দখিন আফ্ৰিকা | ৩৮ | ৩,৮১৬ | ৭,৯৩৮ |
| লঙ্কা দিপ | ২০ | ১,৩৬৫ | ৫,৪৯৪ |
| হিন্দুস্থান | ১৯ | ৩৬৯ | ২,০৪৪ |
| অস্ট্ৰেলিয়া | ১৯ | ২,৫০৭ | ৪,২২৭ |
| বাণ্ডিমন | ৫ | ৫৬৩ | ৯৯২ |
| নুজিলণ্ড | ১৮ | ৩,৭৭৮ | ৬,৬৬৩ |
| ফ্ৰেণ্ডলি মাজুলি | ৯ | ৭,৩০৩ | ৫,৭৩১ |
| ফিজি মাজুলি | ৯ | ১,৪৫১ | ১,৯০৬ |
| দেমেৰাৰা | ২২ | ১৩,৮৫২ | ৪,৮৩৮ |
| হন্দুৰাচ | ২ | ৩৫০ | ৩১৬ |
| আমেৰিকাৰ মাজুলি | ৬৭ | ৩৯,৫২৮ | ১৪,১০৫ |
| বৃটিস্য আমেৰিকা | ১০২ | ১৪,৭০৩ | ১০,৭১৩ |
| মুঠে | ৪০১ | ৯৮,০২১ | ৭৪,৫৮০ |

ফ্ৰিচৰ্চ অফ স্কটলণ্ডে ইস্বৰৰ কথা কিৰ্ত্তন কৰিলে আৰু অন্য খৰমৰ কথাত গোটা বছৰত ৭,০০,০০০ ৰুপ দিলে।

হিন্দুস্থান দেশ আৰু [illegible] ইংৰাজি বাপ্তিষ্ট মিস্যনেৰি [illegible] পাদুৰি আছে; আৰু এই দেশি [illegible] আছে। মণ্ডলিৰ লোক ১৮[illegible] ৩৪,০০০ মণ্ডলিৰ [illegible] ২৮০০। সেই সমাজৰ পাদুৰি আৰু উপদেসক মুঠে ২২৫ হৈছে; [illegible] লৰা পোআ ধন ২[illegible]।

আফ্ৰিন নামে এজন [illegible] নাৰ দেশত কিৰ্ত্তন [illegible] খৰমৰ কথা সুনি বিস্বাস [illegible] প্ৰেছবৰ্গ, বিএনা, [illegible] সকলো নগৰত বিস্বাস কৰা [illegible] মণ্ডলি পাতিছে; আগেয়ে সেই [illegible] পোআ মণ্ডলি নাই কিচিল, [illegible] কৰি সকলো মানুহক [illegible] দিএ, আন সিস্যবো[illegible] এতিয়া ইস্বৰৰ অনুগ্ৰহৰ দো[illegible]ছিল।

চিলিচিয়া দেশৰ [illegible] ১১ জন কমিয়া সিস্যো [illegible] অঙ্কিন চাহাবৰ হাতে [illegible]

চেণ্ড হেলিনা মাজুলি[illegible] এজন পাদুৰি চাহাবে দুবছৰ [illegible] কৰি আছে। আগেয়ে বাজ খৰমৰ [illegible]ছিলে, তথাপি নিবাসি লোকে [illegible] সুনি নু বুজি দেও পূজকৰ [illegible]ছিল। এতিয়া সেই বৰ্ত্তণ্ড চাহ[illegible] সুনি অনেকে বিস্বাস কৰি, ৮০ [illegible] আত মণ্ডলি পাতিছে।

মিস্যান বাবে মিৰ্জাতে [illegible] মন্দিৰ।

## আঁকাৰ বিবৰণ।

Account of the Akas—From the "Sketch of Assam."

আঁকা জাতি অসম দেশৰ উত্তৰৰ পৰ্ব্বতত থাকে। সিহঁত দুস ঘৰ মান আচে বুলি কই, আৰু কপাহচোৰ আঁকাৰ ৬০।৭০ ঘৰ, আৰু মিচি আঁকা ৩০০।৪০০ ঘৰ মান হব। সিহঁতৰ কাঁৰ ধেনু আৰু দা আচে, কিন্তু হিলৈ নাই। হাজাৰি খোআ আঁকাবোৰ পূৰ্ব্বে আটাইতকৈ ভয়ানক আচিল, কিন্তু কপাহচোৰ আঁকাৰ টাগি ৰজাই আপোন পৰাক্ৰমেৰে সিহঁতক ভল কৰিচে। টাগি ৰজাই এতিয়া আঁকাৰ ৰজাৰ ভিতৰত মুখ্য; কিয়নো জদি ইবোৰ ৰজাও তাৰ সমান, তেও তাৰ বুধিৰেহে সকলো চলে। বালিপাৰাত চিপাহি কটাৰ আগেএ হাজাৰি খোআইতে বচৰি ১৭৫ টকা পচা তুলিচিল; কিন্তু তেতিয়াৰে পৰা সিহঁতক পচা তুলিব দিয়া ন হৈচিল। পাচে ১৮৪৪ ইংৰাজি সঁকত সিহঁতৰ ৰজা চাৰিটাক তেজপুৰলৈ নি বচৰি ১৪৮ টকা দিয়াৰ নিৰ্ব্বন্ধ কৰি গৱৰ্ণমেণ্টৰ পৰা দিয়াইচে।

কপাহচোৰ আঁকাবোৰক আন সকলো জাতিএ অতি ডকাইত বুলি জানে; আৰু সিহঁতেও কি ডোট, কি ডকলা, সকলোৰে সৈতে কটা কটি কৰে। মানৰ দিনত টাগি ৰজাই গাঁও লুটি অনেক দুৰ্গতি কৰিচিল, সেই দেখি ইংৰাজি অধিপতি ডেবিড স্কট চাহাবে সিহঁতক ভৰাম নামি পচা তুলিবলৈ হাক দি, নামিলেও গুলি দিবৰ আগ্যা কৰিচিল। ১৮২৯ সালত সেই টাগি ৰজাই সম্চঙ্গ ৰজাৰ আঁকাৰে ৰন লগাই ডালেমানৰ প্ৰাণ মাৰিলে, পাচে চাৰিদুআৰৰ বৰ গাঁৱলৈ অহাত বুজনাথ হাজৰিকিয়াই লোআ দি স্কট চাহাবৰ ওলৈ দিয়াত, তাক গুআহাটিৰ ফাটকত বন্দি কৰি থৈচিল। পাচে ১৮৩২।৩৩ ইং সঁকত ৰবৰ্ত্তচন চাহাবে আগলৈ ভাল হব বুলি, অজিগ্যাসকৈ তাক এৰি দিয়াত সি গৈ পূৰ্ব্বৰ দৰে দৌৰাত্ম্য কৰিব ধৰিলে। তেতিয়া পৰ্ব্বতৰ দাঁতিএ দাঁতিএ মাজে মাজে কিচু কিচু চিপাহি ৰাখিচিল, এই দৰে চাৰিদুআৰৰ বালিপাৰাতো আঁকাৰ দৌৰাত্ম্য নিবাৰিবলৈ কেই জন মান চিপাহি থকাত ১৮৩৫ ইং সঁকৰ ফেব্ৰুআৰি মাহত টাগি ৰজাই আৰু দুই ৰজাই সহিতে নামি আহি, চিপাহিহঁতক অতি নিদাৰুণকৈ কাটিলে। তেতিয়াৰে পৰা আঁকাৰ দুআৰত চিপাহি দিয়াই, চাউল খাৰ ইত্যাদি বহু সিহঁতক ভৰামৰ পৰা দিয়াৰ নিষেধ হল। পাচে ১৮৪৩ ইংৰাজি সঁকত টাগি ৰজা আপোনা আপুনি আহি পৰাত তাক আৰ কোনো ভও ন কৰি সি আগলৈ অন্যায় ন কৰোঁ বুলি সপত খোআত তাক গৱৰ্ণমেণ্টৰ পৰা মাহিলি ২০ ৰুপ পেন্‌ন্যান দিয়ৰ থিৰ কৰিলে; তেও সি সঁজাত ন কৰি দু বচৰ পেন্‌ন্যান নিবলৈ অহা নাচিল। পাচে ১৮৪৪ ইং সঁকত টাগি ৰজা আৰু আন কেই ৰজাই সৈতে অহাত সিহঁত আটাইৰে মাসত বচৰি ৩৬০ টকা পেন্‌ন্যান পাবৰ থিৰ হল। কিন্তু এই দৰে পৰ্ব্বতিয়া জাতিক ব্ৰিটিস্য গৱৰ্ণমেণ্টে ভয়তহে ধন দিএ, এনে ন হই, কিন্তু দেশৰ সান্তিৰ নিমিত্তেহে এই দৰে অসভ্যহঁতৰ ভকা দিয়া ধন দি গুচাইচে।

ওপৰত জি পৰ্ব্বতিয়া জাতি সকলৰ বিবৰন লেখিলোঁ, তাক পঢ়ি মানুহ জাতিৰ এনে দুৰৱস্থাত কাৰ মনত আচৰ্য্য আৰু ঘিণাৰ উদ্ভও ন হৈ থাকে? কিন্তু এটা কথালৈ মনত পৰিলে আমি আৰু আচৰিত হওঁ; কিয়নো দেখা, জি ইংৰাজ জাতি এতিয়া ইমান পৰাক্ৰমি আৰু সভ্য হৈচে, জিবিলাকে ভাপৰ বলত বৰ বৰ একোটা ৰামে আৰু পানিএ চলাই, দহ দিনৰ বাট একে দিনে জাই, জিবিলাকে পাটৰ মোনা এখনেৰেই আকাসলৈ উঠে, জিবিলাকে গোটেই পৃথিৱি ঘূৰি আটাই দেশৰ ৰাজ্য হাতৰ মুঠিতে থই, আৰু জিবিলাকে হেজাৰ হেজাৰ ক্ৰোচৰ আঁতৰৰ পৰা এই দেসলৈ আহি তাৰ লোকক সভ্য কৰিব ধৰিচে, সিবিলাকেই দুহেজাৰ বচৰৰ পূৰ্ব্বে বিতিএ চৰিত্ৰে আৰু সভ্যতাত নিচইকৈ লগা, আৰু আৰৱতকৈও বেয়া আচিল। দেখা, পৰম ইশ্বৰৰ কি আচৰ্য্য মহিমা! আৰু মানুহৰ গিয়ান বা কাল ক্ৰমে কিমান ভাল হব পাৰে! এতেকে আমি বৈৰাস ন হওঁ, জে কোনোবা দিনা আমাৰ লগাইতৰ মাজতো ভাপৰ জন্ত্ৰ হব, আৰু সিহঁতেও গিয়ান আৰু সভ্যতাত ইংৰাজহঁতে সৈতে জুৰিব। আমি বাঞ্চা কৰোঁ, জে ইশ্বৰে সিগ্ৰে সিহঁতক তেনে সভ্য হবলৈ লোআৰ। আ.



জাপান দেশৰ বৰ,লোকৰ তিৰোতা ৰথত জোআৰ নকচা।
Japanese Lady riding in her Sedan.

---

## আচিয়া বৰ্ষৰ দেশবিলাক।

| দেশৰ নাম | বৰ্গমাইল * | প্ৰজাৰ সংখ্যা | প্ৰধান নগৰ | তাৰ প্ৰজা |
|---|---|---|---|---|
| কচিয়াৰ এভাগ | ৫৫,০০,০০০ | ১,২০,০০,০০০ | তবলস্ক | ১০,০০০ |
| তুৰুকৰ এভাগ | ৫,০০,০০০ | ১,১০,০০,০০০ | বাগ্দাদ | ১,০০,০০০ |
| আৰব | ১০,০০,০০০ | ১,২০,০০,০০০ | মেকা | ২০,০০০ |
| পাৰ্চি | ৫,০০,০০০ | ১,১০,০০,০০০ | ইস্পাহান | ২,০০,০০০ |
| আফঘান আৰু বিলুচ | ৪,০০,০০০ | ১,৪০,০০,০০০ | কাবুল | ৮০,০০০ |
| হিন্দুস্থান | ১২,০০,০০০ | ১২,০০,০০,০০০ | কলিকতা | ৫,০০,০০০ |
| তিবেত | ১০,০০,০০০ | ১,৫০,০০,০০০ | লাচা | |
| তাতাৰ স্বতন্ত্ৰ দেশ | ১০,০০,০০০ | ৭০,০০,০০০ | বোখাৰা | ২,০০,০০০ |
| খেহৰ তল তাতাৰ | ২০,০০,০০০ | ৬০,০০,০০০ | কাস্যগাৰ | ১৫,০০০ |
| খেহ বা চিন | ১৪,০০,০০০ | ৩০,০০,০০,০০০ | পিকিঙ্গ | ১৫,০০,০০০ |
| কৰিয়া | ৮০,০০০ | ৮০,০০,০০০ | কিঙ্কিতাও | |
| মান | ২,৫০,০০০ | ৫০,০০,০০০ | আৱা | ২,০০,০০০ |
| স্যাম | ২,২০,০০০ | ৩০,০০,০০০ | বাঙ্কক | ৪,০০,০০০ |
| আনাম | ৩,০০,০০০ | ২,০০,০০,০০০ | কেচো | ৪০,০০০ |
| জাপান | ২,৫০,০০০ | ৩,০০,০০,০০০ | জেদো | ১৫,০০,০০০ |
| চুমাত্ৰা | ১,৬০,০০০ | ১,০০,০০,০০০ | বেংকুলিন | |
| জাবা | ৬০,০০০ | ৬০,০০,০০০ | বাতাবিয়া | ৫০,০০০ |
| বৰ্নিও | ৫,০০,০০০ | ৪০,০০,০০০ | বৰ্ণিও | |
| চিলেব | ৯০,০০০ | ৩০,০০,০০০ | মাকাচাৰ | |
| ফিলিপিন | ১,০০,০০০ | ৩৮,০০,০০০ | মানিলা | ১,৫০,০০০ |
| মুঠে | ১,৬৫,১০,০০০ | ৬০,০৮,০০,০০০ | | |

* বৰ্গমাইল সবদৰ অৰ্থ। জি তোৰৰ মাটি দিঘে পথালিএ সমানকৈ এঙাৰ বাট হই, তাক বৰ্গমাইল বোলে।

## অহঙ্কারর কথা।

Pride.

অকল ধনি লোকে অহঙ্কার ন করে, অনেক দৰিদ্ৰ লোকেও অহঙ্কার করে। ধনৰ পৰা যত অহঙ্কার ওপজা হলে, তেন্তে আটাই ধনবন্ত চহকিবোৰ অহঙ্কারি হলহেঁতেন। এই হেতুকে ধনে অহঙ্কার ন হই, কেৱল মানুহৰ মনে; আপোনাকে আপুনি ডাঙৰ কৰি জনা, সেয়ে অহঙ্কার। কোনো কোনো বিদ্যা জনা মানুহেও মনত ভাবে, মই জ্ঞানৱন্ত, মোতকৈ ডাঙৰ কোনো নাই, আৰু মোৰ সমান কোনো ন হই; তেওঁতকৈ ডাঙৰ আৰু গিয়ানি জনকো সেই ৰূপ অৱহেলা অমান্য কৰে। কিন্তু মানুহ পাত্ৰৰ নিচিনা আৰু গিয়ান হলে জলৰ নিচিনা; এই নিমিত্তে যেনেকৈ পানি থিৰ হৈ থাকে, তেনেকৈ গিয়ানি লোকে কেতিয়াও আপোনাক জ্ঞানৱন্তকৈ নেমানে। আৰু গছৰ ডালবোৰত গুটি ধৰিলে, তেনেকৈ সেই ডালবোৰ গুটিৰ ভৰত তললৈ দোঁ খাই থাকে। যৰ গছ হলেহে জানো ফলৱন্ত হই, সেই ন হই। দেখা, ধানৰ চেই ওলাই জিমান পুৰ হই, তিমান নম্ৰ হৈ মাটিলৈ দোঁ খাই পৰে; সেই ৰূপ গিয়ানিএ জিমান গিয়ান পাই, তিমান নম্ৰ আৰু জ্ঞানী হই।

মূৰ্খ হলেও বিদ্যা সিকিবলৈ এলাহ বা লাজ ন কৰিবা; কিয়নো বিদ্যা মূৰ্খ ন হই। এই নিমিত্তে অধিক বয়সিয়া বা অলপ বয়স হলেই সি জ্ঞানৱন্ত হই, এনে ন হই, কেৱল গিয়ান থাকিলেহে জ্ঞানৱন্ত হই।



Almanac for March, [illegible]

### মাৰ্চ, অৰ্থাত চত্ৰ, ১৮৪৯।

| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| বি | ১ | ১১ | ৬।২৭ | ১২।১৩ | ৫।৫৭ | ৭ | ৩ | ১৭।৩৪ | পুআ |
| বু | ২ | ২০ | ৬।২৬ | ১২।১২ | ৫।৫৮ | ৮ | ৪ | ১৮।৩৩ | ০।২৪ |
| শ | ৩ | ২১ | ৬।২৫ | ১২।১২ | ৫।৫৯ | ৯ | ৫ | ১৯।২৯ | ১।২৫ |
| দেও | ৪ | ২২ | ৬।২৪ | ১২।১২ | ৫।৫৯ | ১০ | ৬ | ২০।২৬ | ২।২৪ |
| সো | ৫ | ২৩ | ৬।২৩ | ১২।১২ | ৬।০ | ১১ | ৭ | ২১।২২ | ৩।১৭ |
| ম | ৬ | ২৪ | ৬।২২ | ১২।১১ | ৬।০ | ১২ | ৮ | ২২।১৬ | ৪।৮ |
| ব | ৭ | ২৫ | ৬।২১ | ১২।১১ | ৬।১ | ১৩ | ৯ | ২৩।৮ | ৪।৫৭ |
| বি | ৮ | ২৬ | ৬।২০ | ১২।১১ | ৬।১ | ১৪ | ১০ | ২৩।৫৭ | উদই |
| সু | ৯ | ২৭ | ৬।১৯ | ১২।১১ | ৬।২ | ১৫ | ১১ | পুআ | ৬।৩৩ |
| শ | ১০ | ২৮ | ৬।১৮ | ১২।১০ | ৬।২ | ১৬ | ১২ | ০।৪৫ | ৭।২৫ |
| দেও | ১১ | ২৯ | ৬।১৭ | ১২।১০ | ৬।৩ | ১৭ | ১৩ | ১।৩৩ | ৮।১৮ |
| সো | ১২ | ৩০ | ৬।১৬ | ১২।১০ | ৬।৪ | ১৮ | ১৪ | ২।১৯ | ৯।১১ |
| ম | ১৩ | চত্ৰ | ৬।১৫ | ১২।১০ | ৬।৪ | ১৯ | ১৫ | ৩।১ | ১০।২ |
| ব | ১৪ | ২ | ৬।১৪ | ১২।৯ | ৬।৪ | ২০ | ১৬ | ৩।৪৬ | ১০।৫৬ |
| বি | ১৫ | ৩ | ৬।১৩ | ১২।৯ | ৬।৫ | ২১ | ১৭ | ৪।৩২ | ১১।৫২ |
| সু | ১৬ | ৪ | ৬।১২ | ১২।৯ | ৬।৫ | ২২ | ১৮ | ৫।১৮ | পুআ |
| শ | ১৭ | ৫ | ৬।১১ | ১২।৮ | ৬।৬ | ২৩ | ১৯ | ৬।৪ | ০।৫০ |
| দেও | ১৮ | ৬ | ৬।১০ | ১২।৮ | ৬।৬ | ২৪ | ২০ | ৬।৫৩ | ১।৫৯ |
| সো | ১৯ | ৭ | ৬।৯ | ১২।৮ | ৬।৭ | ২৫ | ২১ | ৭।৪২ | ২।৬ |
| ম | ২০ | ৮ | ৬।৮ | ১২।৮ | ৬।৮ | ২৬ | ২২ | ৮।৩৩ | ২।৫০ |
| ব | ২১ | ৯ | ৬।৭ | ১২।৭ | ৬।৮ | ২৭ | ২৩ | ৯।২০ | ৩।৪৪ |
| বি | ২২ | ১০ | ৬।৫ | ১২।৭ | ৬।৯ | ২৮ | ২৪ | ১০।১০ | ৪।১৬ |
| সু | ২৩ | ১১ | ৬।৪ | ১২।৭ | ৬।৯ | ২৯ | ২৫ | ১১।১ | অস্ত |
| শ | ২৪ | ১২ | ৬।৩ | ১২।৬ | ৬।৯ | ৩০ | ২৬ | ১১।৫১ | ৬।৩ |
| দেও | ২৫ | ১৩ | ৬।২ | ১২।৬ | ৬।১০ | ১ | ২৭ | ১২।৪৩ | ৭।৫ |
| সো | ২৬ | ১৪ | ৬।১ | : | ৬।১০ | ২ | ১ | ১৩।৩৭ | ৮।৮ |
| ম | ২৭ | ১৫ | ৬।০ | ১: | ৬।১১ | ৩ | ২ | ১৪।৩১ | ৯।১২ |
| ব | ২৮ | ১৬ | ৫।৫৯ | ১২ | ৬।১১ | ৪ | ৩ | ১৫।২৮ | ১০।১৫ |
| বি | ২৯ | ১৭ | ৫।৫৮ | ১২।৫ | ৬।১২ | ৫ | ৪ | ১৬।২৬ | ১১।১৯ |
| সু | ৩০ | ১৮ | ৫।৫৬ | ১২।৪ | ৬।১২ | ৬ | ৫ | ১৭।২৪ | পুআ |
| শ | ৩১ | ১৯ | ৫।৫৫ | ১২।৪ | ৬।১৩ | ৮ | ৬ | ১৮।২২ | ০।১৯ |

পুৰ্নিমা ৯ দিনৰ ৭।২০ পুআ।

আমাৱাস্যা ২৪ দিনৰ ৮।২৪ ভাটি।

গ্ৰহবিলাকৰ ঠাই। সুৰ্জ ২৫ পুৰ্ব ভাদ্ৰপদ; বুধ ২৩ ধনিষ্ঠা; সুকুৰ ২ শ্ৰৱনি; মঙ্গল ২২ সুরনা; বৃহস্পতি ৯ অশ্লেষা। সনি ২৬ উত্তৰ ভাদ্ৰপদ।

৮ আৰু ২২ মাৰ্চত কাচাৰি বন্ধ।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ ভোগা। মো° শিৱসাগৰ, মাৰ্চ, ১৮৪৯ খ্রি° অ° সক। নম্বৰ ৩।

VOL. IV. SIBSAGOR, ASAM, MARCH, 1849. No. 3


## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

এই জিলাৰ পাদুৰি চাহাব দুজন জাত্ৰা কৰি কলিকত্তালৈ ভটিয়াই জোআৰ কাৰনে তিনি মাহৰ অৰুনোদই কৰা দিন পলম হৈ আচে। জুন মাহৰ পৰা আগৰ মতেৰে মাহে মাহে চাপা হব।

বৰ্তমান মাহৰ ৭ তাৰিখে গুআহাটিত দল জাত্ৰাৰ সময়ত দুই তিনি জন মানুহে গোট খাই নৈৰ ওচৰত বাতি হাৱৈ নামেৰে খাৰৰ বাজি কৰি উৰাইচিল। পাচে সেই হাৱৈৰে এটা উৰি গৈ শ্ৰী ৰবি চন্দ্ৰ বৰুআৰ ঘৰত পৰি, তাৰ জুয়েৰেই আটাই ঘৰ পুৰিলে, আৰু তেওঁৰ সিমাৰ শ্ৰী পৰ্বতিয়া ফুকনৰ ঘৰবোৰো পুৰিলে, আৰু দুয়ো জনৰ অনেক বস্তু নষ্ট হল। সেই সময়তে গুআহাটিৰ আৰু এঠাইত জুই লাগি কিছু ঘৰ পুৰিলে।

তাতকৈ দিন চেৰেকৰ আগে গুআহাটিৰ পানি ফুকনৰ পাৰে অম্বক্ৰান্তৰ ভাটিত দিনতে জুই লাগি অনেক ঘৰ পুৰিলে। তাৰ পৰা কিচু দিনৰ পাচতে সেই পাৰেই আকও বাতি জুই লাগি বহুত ঘৰ পুৰি অনেক লোকৰ দ্ৰব্য বস্তু নষ্ট কৰিলে। খৰালি কেই মাহত জুইটো আটকৈ ৰখা উচিত; কিয়নো তেতিয়া সকলো সুকান, আৰু ৰতাহ হোআত জুইৰ বৃধি হই।

চকুআ খনাৰ পৰা এজন মানুহে অৰুনোদইত চাপিবলৈ এই কথা লিখি পঠাইচে বোলে, জোআ বচৰৰ ২১ আগষ্ট মাহৰ চকুআ খনা মৌজাৰ বালি গাঁৱত ৰাতি এজনি মাইকিএ বাৰলৈ জাঁওতে বাঘে নিলে; কিন্তু তাইৰ লগত জোআ এজনি চোআলিএ এন্ধাৰৰ কাৰনে বাঘে নিচে বুলি নে জানিলে, তেও কিহৰাই নিলে বুলি আটকাল পাই ঘৰত আহি কলে; তাতে ঘৰৰ মানুহে মাইকি জনিক বিচাৰি তাইৰ গাৰ বিহ্না খন তেজে সৈতে পৰি থকা দেখি, কান্দি, ওচৰৰ মানুহক মাতিলত অনেক মানুহ আহি বাঘে নিয়া মানুহ জনি বিচাৰি পাই, কথা বাত্ৰা ইওতেই, বাঘে আৰু এটাৰ ঘৰত সোমাই গোহালিৰ গৰু একনি মাৰিলে। তাৰ পৰা আৰু কিচু দিনৰ পাচত এটা মগনিয়াৰে সুকলি ঘৰত সুই থাকোঁতে তাকো সেই বাঘেই খালে। আৰু তাৰ ৮ দিন মানৰ মূৰত আৰু এঘৰৰ চেঁউৰি মহ একনি জাকৰ পৰা নিলে। এই সকলো কথা দেখি চাৰি পাঁচ জন মানুহে গোট খাই সেই বাঘটো কঁৰিয়াই মৰালোঁ; কিন্তু সেই দিনৰে পৰা ৰৰকৈ ৰৰখুন হোআত মৰা বাঘক বিচাৰিব নোআ-



মাত কম্বুৰাত পৰি মৰিল; সেই নিমিত্তে ৰাঘ মৰা কাঁৰিক কম্পানি বাহাদুৰে তাৰ ৰেচ নি দিলে; কিন্তু আমি দুই তিনি অৰে গোট খাই তাক ধন অলপ মান দিলোঁ।’ বাঘে কামুৰি থকা মানুহৰ নকচা ওপৰে পৰ্হা সাৰিত আছে।

কলিকতাৰ পৰা দুই জোআৰ মান উজনি হুগলি জিলা তাতে ১২ জানোআৰি তাৰিখৰ ৰাত্তি ১ বজাৰ সময়ত তিনি চাৰি জন ডকাইতে এখন সৰু নাৱত উঠি বাবু নামেৰে ঘাটলৈ গৈ তাৰে দুজনে বাহিৰৰ পৰা উঠি ঘাটৰ দুআৰ মুকলি কৰিলে, তেনেত্তে আন সৰু নাও খন চাৰেক সেই ঘাটত্তে চপাই আৰু ডকাইত ১০০ মান উঠিলহি। কিন্তু পুলিচ আদি সকলো মানুহে ভুল হবলৈ, ভোঁৰ লগাই, ঢোল, পেঁপা আদি বাই, বিয়াৰ নিচিনাকৈ বাটত ফুৰিছিল, পাচে মাধবচন্দ্ৰ দত্ত বাবুৰ ঘৰলৈ গৈ, দুটাই ঘৰৰ বাজৰ পৰা উঠি দুআৰ মেলি দিলত, আটাই ডকাইতবোৰ ঘৰৰ ভিতৰলৈ গিৰিস্ কৰে সোমালগৈ, তেত্তিয়া সিইঁতক দেখি বাবু আৰু চাকৰবোৰে বিচুৰ্তি হৈ পলাই লৰ মাৰিলত ডকাইতবোৰে ঘৰৰ সকলো ভাল বস্তু লুৰি, তিৰোতাৰ গাৰ অলঙ্কাৰ আদি কাৰ্হি লৈ ১৩০০০ তেৰ হেজাৰ মান ৰুপৰ বস্তু নিলে। এনেত্তে সেই কথা মেজেষ্ট্ৰেত চাহাবে সুনি বেগত্তে পুলিচৰ বৰকন্দাজ পঠাই, বিচাৰি, সেই ডকাইতৰ দকুৰি মান ধৰিলে।

কলিকতা চহৰৰ সোভাবাজাৰ নামক প্ৰখ্যাত ঠাইত জুই লাগি বহু ঘৰ পুৰি অনেক দ্ৰব্য লোকচান হৈছে আৰু ২॥ প্ৰহৰ ৰাত্তি জুই লগাৰ কাৰন এক ঘৰৰ দুটি সৰু সৰু লৰা টোপনিত সাৰ নে পালে মাক বাপেকেও অন্য সম্প্ৰতিত বিয়াকুল হৈ লৰালৈ পাহৰিলে তাতে দুয়ো পুৰি মৰিল।

১ চতত নিমতলাৰ হাট বজাৰ সমুদাই পুৰি অনেক দ্ৰব্য নষ্ট হল, ইয়াত্ত বাজে টেৰেটি বজাৰ ধৰ্মতলাৰ বহু বজাৰ ঘৰ পুৰিছে।

২২ ফেবৰুআৰিত বৰাহ নগৰত থকা বাবু জইগোপাল বসুৰ ঘৰত ডকাইতি হৈ বহু টকা আৰু অলঙ্কাৰ লৈ গেচে।



Gold Memorial found in a Chief's Grave, in New Grenada.

দখিন আমেৰিকাৰ নিউ গ্ৰেনেদাৰ আদি বাসি বিসয়াৰ মৈদামত, সোনৰ পত্তা এচটাৰ ওপৰত সেনাপতিৰ সোনত কটা মুৰ্তি এটা লগাই থোআ, আৰু দুই মুৰিয়া সোনৰে সজা জন্তু এটা পালে। সেই সোনৰ জন্তুটৰ নকচা ওপৰত লিখা আছে।

উত্তৰ আমেৰিকাৰ আদি বাসি মানুহে সিলৰ জি পুত্তলা সাজি সেৱা কৰিচিল তেনে এটাৰ নকচা তলত আছে।



কানদা দেসত মাটি খানোঁত্তে তলত লিখা আদি বাসিৰ বস্তু পালে। ডাঙ্গৰ তৰোআল দুখান, সৰু তৰোআল দুখান, ডাঙ্গৰ কুঠাৰ এখান, সৰু কুঠাৰ এখান, মাচ মৰা কোল ৫ ডাল, ওভোত্তা কোল ৬ ডাল, সোনৰ পটি দিয়া টুপি এটা, ৰঙ্গা আৰু কেঁচা ৰৰনিয়া কাপৰ কিচু, আদ্ খনিয়াকৈ খোআ ধপাত্তেৰে ৰাঙ্গৰ চিলিম এটা, জুই ওলোআ মুৰ্জ পটৰ চকু এটা, সৰু হিলৈ এটা, হিলৈৰ পাথৰ ১৫ খান, ডাঙ্গৰ আৰু চিটা গুলি কিচু, ৪ সেৰ মান ধৰা পিত্তলৰ চৰিয়া এটা, অনুমান হই এই বস্তু খনি ১৬০।১৮০ বচৰ মানৰ আগেএ আদি বাসিৰ মৰা মানুহৰ লগত মৈদাম দিচিল।



## কলিকতাত বলুনত উঠি জোআৰ কথা।

Letter from Calcutta,—Mr. Maigre and his Balloon.

কলিকতাৰ পৰা অসমিয়া এজনে তলত লিখা বলুনৰ কথা অৰুনোদইত চাপিবলৈ দি পঠাইচিলে। ‘ফ্ৰাঞ্চ দেসৰ পৰা মেগৰ নামে এজন চাহাব কলিকতালৈ আহিচে, তেঁৱেই বলুন নামেৰে এক জন্তৰ দোআৰাই আকাসলৈ উঠিম বুলি, সেই নগৰৰ ইংৰাজ আৰু হিন্দু আৰু মগল আদি কৰি প্ৰাই সকলো বৰ মানুহত পঁচা কৰি কেতবোৰ ধন তুলিলে। পাচে সেই ধনেৰে এটা বৰ কাপৰৰ বলুন সাজি, ৫ ফেবৰুআৰিত তাতে উঠি আকাসলৈ জাম বুলি থিৰ কৰি সকলোতে জান দিলে। তাতে ৪ ফেবৰুআৰিৰ ৰাতি বৰ বৰষুন বতাহ হোআত থিৰ কৰা দিনত উঠিব নোআৰি, পুনৰ ৭ ফেবৰুআৰিত উঠা দিন থিৰ কৰিলে। কিন্তু প্ৰথম থিৰ কৰা দিনতো ২ দুই লাখ মান মানুহ চাপিচিলে, ন হবৰ দেখি উভতি গল। পাচে থিৰ কৰা সেই দিনত চিতপুৰৰ ৰজা বৈদ্যনাথৰ বাগিচাতে নগৰৰ আৰু আন আন ঠাইবো ইংৰাজ, হিন্দু, বাবু, মগল, মচলমান আদি কৰি ৭।৮ লাখ মান মানুহ চাপিল। আৰু ভাল লোকবিলাকে মেজ চকি পাতি, টিলাৰ পৰা গোৰা চিপাহিৰ গান বাজনা অনাই এক মহা উচ্ছৱ পাতি বহিলগৈ। সেই গান বাজনা আৰু বলুনৰ ভিতৰত ধুঁইৰ ভাপও গাচ, অৰ্থাত এবিধ পাতল বায়ু মুমুআ চাবৰ নিমিত্তে, বাগিচালৈ যোমাৰ খাজানাবোৰৰ গাই পতি মানুহ চাই, মেগৰ চাহাবে ৬।৪।৫।১ ৰুপ এই দৰে লৈ হাত চিটি দিচিল, সেয়ে সোমাইচিল এহেলৈ কেতবোৰ বাহিৰতো আছিল অনুমান হই হাত চিটি লোআ মানুহ ১২ হেজাৰ মান হব। আৰু ভাল লোকৰ তিৰোতাবোৰো পাল্‌কিত উঠি বহু চাবলৈ গৈচিল। পাচে ৩।। ঘণ্টা বেলি হলত সকলোএ বলুনত ধোঁআ দিবলৈ চাহাবক অনুমতি দিয়াত চাহাবে ধান খেৰ, উল্‌ খেৰ কিছু আনি ধোঁআ দিলত বলুন কিঁকি ভাহৰ হল; কিন্তু বেলি দুটা হোআত বৰ লোকবিলাকে চাহাবক বলুনত উঠিবলৈ নিষেধ কৰিলে, তথাপি চাহাবে আওকান কৰি, নৰা নৰিকৈ ধোঁআ দিয়াত চাহাবে বলুনত উঠিব নোআৰে যেন ভাবি, মানুহবিলাকে চাৰিও ফালৰ পৰা হাত চাপৰি মাৰি হাঁহিব ধৰিলে। তাকে দেখি মেগৰ চাহাবে ২ পিপা গাচ আনি সেই গাচবো ধোঁআ দি ৫। ঘণ্টা বেলিৰ সময়ত বলুনত উঠি, তাৰ বান্ধ কাটি দিলত, ৩ হাত মান ওপৰলৈ উঠি আকও পৰিল। পাচে কিছু মানৰ মুৰত আকও দহ হাত মান ওপৰলৈ উঠি পুনৰ একে বেলিএ কাতি হৈ মাটিত পৰিল। আৰু বহু চাবলৈ অহা মানুহবিলাকে সেই চাহাবক নিন্দা কৰি গালি পাৰি গুচি গল। কিন্তু দমদমাৰ জিবোৰ চিপাহিএ বঙ্গ চাবলৈ আহিচিলে সিইতে বলুনটো ডোখৰ ডোখৰকৈ ফালি, চাহাবকো তাঁবিত ধৰি টানি অনেক বিকৰ্থনা কৰি মাৰিবলৈ ধৰিচিল, তেনেতে ভাল মানুহ কেতবোৰে ধৰিহে ৰখ্যা কৰিলে। এতিয়া আকও মেগৰ চাহাবে আপোনাৰ খৰচেৰেই বলুন কৰি উঠিব খুজিচে বুলি শুনিচোঁ। আৰু চাহাবক অপমান কৰা মানুহবিলাকৰ নামেৰে ২৫ হেজাৰ টকাৰ গোচৰ কৰিব খুইচে। সি জেই বা ন হওক তথাপি মেগৰ চাহাবে ১০।১২ হেজাৰ ৰুপ আৰ্জিলে।’ *

“ইউৰপিয়া দেসবোৰত প্ৰথমতে বলুন সজা আৰু তাত উঠি জোআৰ কথা ১৮৪৭ সনৰ অক্টোবৰ মাহৰ অৰুনোদইত চপা গৈচিল।



## কলম্বচে ড্ৰিষ্টান্ত দি বুজুআৰ কথা।

Columbus and the Egg.

গিয়ানি মানুহে, বুধিএৰে কোনো নতুন বিদ্যা উলিয়াই প্ৰকাশ কৰে, আৰু তাৰে পৰা খিয়াতি অনল্যা পাই, কেতবোৰ মানুহে হিংসা অসূয়া হৈ কুটিল স্বভাৱৰ কাৰনে, আন মানুহৰ প্ৰসংসা কথা সুনিবই নোআৰে।

১৮৪৬ সনৰ মাৰ্চ মাহৰ অৰুনোদইত কলম্বচে আমেৰিকা মহা দিপ প্ৰথমতে দৰ্সন পোআ কথা চাপা হৈছিল। পাচে কলম্বচে ইস্পানিয়া দেসলৈ উভতি আঁওতে, সেই দেসৰ প্ৰধান ৰাজ মন্ত্ৰিএ কলম্বচক বৰ ভোজলৈ নিমন্ত্ৰন কৰিলে; আৰু যেনেকৈ বৰ্জাবিলাকক আদৰ সন্মান কৰাৰ দস্তুৰ, সেই ৰুপে তেঁওকো সমাদৰকৈ অধিতি কৰিলে; কিন্তু কলম্বচে ইমান সমাদৰ পোআ দেখি, ভোজত বহা এজন ৰাজ মন্ত্ৰিএ মনত অসূয়া হৈ তেওক সুধিলে, বোলে, তুমি জদি সেই মহা দিপ বিচাৰি নো পোআ হলেও আন কোনো মানুহে পাচে নে পালেহেঁতেন বুলি ভাবিচা নে? তাক সুনি কলম্বচে একো উত্তৰ ন কৰিলে, কিন্তু তেঁও এটা কনি হাতত লৈ কলে, বোলে, তোমোলাকে গাই পতি একোটা কনি লৈ মেজত থিয় কৈ ৰাখা, তাতে আটাইবোৰে হাতে পতি একোটা কনি লৈ অনেক পৰিস্ৰম্ কৰিও ৰাখিব নোআৰিলে; তেতিয়া কলম্বচৰ হাতৰ কনিটো মেজত খুন্দা মাৰি দিলত কনিৰ মুৰ ভাগিল দেখি থিয় হৈ ৰল; পাচে কোনোএ ধৰ্ম্ম কৰিলে কোনোএ ৰঙ্গ পাই হাঁহিলে, বোলে, কনিৰ মুৰ ভাঙ্গি থিয়কৈ ৰাখিব লাগে বুলি জনা হলে আমিও কৰিব পাৰিলোঁহেঁতেন। এতিয়া আমি সকলোএ থিয়কৈ কনি ৰাখিব পাৰিম।

কলম্বচে সেই ড্ৰিষ্টান্তেৰে দেখুআই জি অৰ্থ বুজাব খুজিছিল তাৰ অৰ্থ এই। মই নৌ জাঁওতেই সেই মহা দিপ পাম্ গৈ বুলিছিলোঁ দেখি, ইউৰপিয়া সকলো দেসৰ মানুহবিলাকে বিস্বাস ন কৰি হাঁহিছিলে; কিন্তু মই গৈ বিচাৰি পাই মানুহৰ আগত বাট বুজালত এতিয়া হলে সকলো জাব পাৰিব। কলম্বচে মেজত বহি মানুহৰ আগত কনি ভাঙ্গি অৰ্থ বুজুআৰ নকচা ওপৰত লিখা আছে।

## গিয়ানিৰে মুৰ্খৰে কথা।

**The Studious Boy and the Dunce.**

এটা লৰাই বিদ্যা সিকিবলৈ স্ৰুম ন কৰি আপোনাৰ ইচাৰ দৰেৰে খেমালিকৈ কাল নিয়ালে, আৰু জি ভালকৈ সিকাই হিত কথা কই তাক নু সুনি, দুৰ্জ্জন মানুহৰ লগতহে সদাই ফুৰে। পাচে ডেকা হলত ভাত কাপৰৰ পৰা বৰ দুখ পাই মাহে, দু টকা দৰ মহাত্তে কাম কৰিবলৈ ধৰিলে; কিন্তু তাত বৰ দুখ পাই, তাৰ এটা ইষ্ট মানুহৰ ওচৰলৈ গৈ, বেজাৰ কৰি সুধিলে, বোলে, হে ইষ্ট, তুমি কেনেকৈ চাহাব লোকৰ কাম কৰি মাহেকত দহ টকা তাতকৈও সৰহ ৰুপ পাইচা? মই দেখোন গোটেইটো দিন কামত্তে লাগি থাকি, তোমাতকৈ সৰহ স্ৰমো কৰোঁ, তথাপি মাহে দুই তিনি টকাতকৈ সৰহ নে পাঁও, ইয়াৰ কাৰন কি? সি কলে, বোলে, হে গিয়ান নাই কিয়া ইষ্ট, তুমি লৰা কালত বিদ্যা সিকিবলৈ হেলা কৰি নি সিকিলা, মই বহু দুখ কৰি অনেক স্ৰমেৰে বিচাৰি বিদ্যা সিকিলোঁ, সেই কাৰনে মই এনে সুখ পাইচোঁ তুমি বিদ্যা সিকিবলৈ স্ৰম ন কৰিলা দেখি তেনে দুখ পাইচা। মই বিদ্যাৱন্তৰ মুখত সুনিচোঁ জে বিদ্যাই বোলে, মোক জি জনে জতন কৰি সেৱা কৰে, মই তাক নি অৱস্যে ধনৰ ওচৰ পোআই দিঁও।

---

## সত্যাদি জুগৰ কথা।

**The Four Jugs of the Hindu Shastros.**

পৌৰানিকৰ মতেৰে প্ৰিথিৱিৰ স্ৰিষ্টি হোআৰে পৰা সত্য ত্ৰেতা দ্বাপৰ এই তিনি জুগ সাৰসেসে গৈ কলি জুগৰ ৪৯৪৯ বচৰ গৈচে আৰু এই চাৰিও জুগৰ পৰিমান এই ৰুপে থিৰ কৰিচে।

| | সুৰ্য্য গননাৰ মতে |
|---|---|
| কলি জুগৰ বচৰ . . . . . . | ৪৩২০০০ |
| কলিৰ দুগুন দ্বাপৰ জুগৰ বচৰ . | ৮৬৪০০০ |
| কলিৰ তিনি গুন ত্ৰেতা জুগৰ বচৰ | ১২৯৬০০০ |
| কলিৰ চাৰি গুন সত্য জুগৰ বচৰ | ১৭২৮০০০ |
| এই চাৰিও জুগৰ বচৰে এক মহা জুগ হই . | ৪৩২০০০০ |

এনে ৭১ মহা জুগে এক মনুৰ সংখ্যা ৩০৬৭২০০০০ বচৰ হই কিন্তু গাই পতি মনুৰ সেষত সত্য জুগৰ সমানে ১৭২৮০০০ বচৰ সন্ধি কাল সেই সন্ধি কালে সৈতে প্ৰত্যেক মনুৰ সংখ্যা ৩০৮৪৪৮০০০ বচৰ হই এই ৰুপে চৈধ্যটা মনুৰ পৰিমান হই। তাৰ মাজৰে এতিয়া বৈৱস্বত নামেৰে মনুৰ ২৭ মহা জুগ গৈ ২৮ মহা জুগ হবলৈ প্ৰথম তিনি জুগ গৈচে। সেই সকলো মনুৰ ৪৩১৮২৭২০০০ বচৰ এই ইয়াত্তে সন্ধি কালৰ ১৭২৮০০০ বচৰ সৈতে গোটালে ৪৩২০০০০০০০ এক কল্প হই।

এই ৰুপে এক কল্পে ব্ৰুহ্মাৰ ১ দিন এনে ৩০ কল্পে ১ মাহ এনে ১২ মাহে নাইবা ৩৬০ কল্পে বচৰ হই। আৰু এই ৰুপ ১০৫ বচৰে অৰ্থাত্ত ১৫৫৫২০০০০০০০০০০০ পোন্ধৰে পদ্ম পাঁচ সংখ বাৱন খৰ বচৰে ব্ৰুহ্মাৰ আয়ুস ইয়াৰ মাজৰে ৫০ বচৰ গৈ ৫১ বচৰৰ শ্বেতবৰাহ কল্প নামে সুক্ল পক্ষৰ প্ৰতিপদ এতিয়া গৈচে।

ওপৰত লিখা সংকৰ চিকনাবিলাক চালেই সুন্দৰকৈ দেখা হই জে এই সকলোবিলাক কালৰ পৰিমান মনেৰে পাত্তি লিখা মত্ৰি। স্ৰিষ্টি এই জগতত থকা কোনো দেসৰ লোকৰ ইতিহাস পুথিএ সৈতে এক লেসো ইয়াৰ মিল সমন্ধ পোআ নে জাই। অনুমান জুগ জে আগৰ জোতিসিয়াই প্ৰথমতে কলি জুগৰ সংখ্যা মনেৰে চিকনা কৰি তাৰে দুগুন দ্বাপৰ হই, তিনি গুন ত্ৰেতা জুগ, চাৰি গুন সত্য জুগ, দহ গুন মহা জুগ পাত্তি আচে। আৰু সেই ৰুপেই মহা জুগৰ কালকে কলিৰ সহস্ৰ গুন কৰি এক কল্প পাত্তি আচে।





## আব্ৰাহামৰ বিৱৰণ।

History of Abraham.

ঈশ্বৰে প্ৰিথিবি জলাপ্লাবন কৰোঁতে জি নোহাক আৰু তেঁওৰ পৰিয়ালক অতি ক্ৰিপাৰ দোআৰাই অগাধ পানিৰ মাজত ৰখ্যা কৰিলে, সেই পৰমাৰ্থিক নোহাৰে চেম, হাম আৰু য়াফেত না মেৰে তিনি জন পুত্ৰ আছিল, সেই তিনি জনৰ সন্তানেৰেই প্ৰিথিবি গোটেই ধন ভৰপুৰ হল।

নোহাৰ প্ৰথম পুত্ৰ চেমৰ পৰা অনেক পুৰুসৰ পাচত আব্ৰাহাম তেৰেহৰ ঔৰসত জনম হল। পাচে তেঁও আপোনি পিত্ৰিৰ ঘৰত থাকোঁতে পৰম ঈশ্বৰে বুলিলে, হে আব্ৰাহাম, তুমি আপোন দেস আৰু আপোন পৰিয়ালক এৰি আঁহা, আৰু মই জি দেস দেখুআম তালৈ গৈ বসতি কৰা; তাতে মই তোমাক আৰ্সিবাদ কৰি তোমাৰ পৰা এক সমূহ জাতি জনমাম, আৰু তুমি সকলোকে কুসল দিওতা হবা। জদি কোনোবাই তোমাক আৰ্সিবাদ কৰে, সেই মানুহক ময়ো আৰ্সিৰ্বাদ কৰিম, আৰু জি কোনোএ তোমাক সাও দিএ ময়ো তাক সাও দিম; আৰু প্ৰিথিবিৰ সকলো ৰাজ্য তোমাৰ দোআৰাই আৰ্সিবাদ পাব।

এই ৰুপে ঈশ্বৰে তেঁওক আদেস কৰাতে অব্ৰাহামে আপোন দেস আৰু পৰিয়ালক এৰি আপোন ভাৰ্জা চাৰাহে সৈতে গতি কৰি জি দেস ঈশ্বৰে তেঁওক দেখুআলে সেই কিনান দেস পাই তাতে থাকিল। পাচে ঈশ্বৰে তেঁওক সেই ঠাইত দৰ্সন দি কলে, দেখা, এই সকলো দেস মই তোমাৰ সন্তানবোৰক দিম, তাতে সিঁইতে সুখেৰে ভোগ কৰিব। আৰু আকাসৰ তৰাবিলাক জেনেকৈ লেখৰ নোআৰি, সেই ৰুপে তোমাৰ সন্তানকো কোনেও গনিব নোআৰাকৈ বৰ্ঢ়াম; আৰু ৰজাবিলাকো তোমাৰ পৰা ওলাব ঈশ্বৰে কৰা এই প্ৰতিগ্যাতে আব্ৰাহামে বিশ্বাস কৰিলে। কিন্তু সেই কালত তেঁওৰ পুত্ৰ নাছিল, আৰু তেঁওৰ ভাৰ্জা বাঁজি আৰু অতি বুিধ বয়স হৈছিল; আৰু জি কিনান দেসলৈ ঈশ্বৰে তেঁওক নিলে, সেই দেসতো আব্ৰাহামে থাকিবৰ নিমিত্তে এতৰি ভূমিকো ঈশ্বৰে বিনামূল্যে নি দিলে। তথাপি সৰ্বসক্তিমন্ত পৰম ঈশ্বৰে কোনো ৰুপে তেঁওৰ প্ৰতিগ্যা পুৰ কৰি তেঁওৰ বংশ জনমাই সেই দেসৰ অধিকাৰ কৰিব; ইয়াতে আব্ৰাহামে বিশ্বাস কৰিলে।

ঈশ্বৰে কৰা প্ৰতিগ্যাৰ কাল জেতিয়া পুৰ হল, তেতিয়া তেঁও আপোন দূত আব্ৰাহামলৈ পঠাই এই সুভ সম্বাদ জনালে, তোমাৰ ভাৰ্জা চাৰাহে

তাইৰ বুিধ বয়সতো গর্ভ ধাৰন হৈ পুত্ৰ প্ৰসও কৰিব। সেই কথাতে আব্ৰাহামে বিস্বাস কৰিলে; কিন্তু তেঁওৰ ঘৈনিএকে ন কৰিলে। তাতে দূতে কলে, ইস্বৰে কৰিব নোআৰা এনে কিবা অসাধ্য কৰম আচে নে? তেঁও জি ৰুপ কলে, সেই ৰুপে আপোন প্ৰতিগ্যা সিধি কৰিব। তাৰ পাচে ইস্বৰে আব্ৰাহামৰ ভার্জা চাৰাহৰ গর্ভ মুকলি কৰাত, তাই গর্ভ ধাৰন কৰি লৰা প্ৰসও কৰিলে, আৰু সিবিলাকে লৰাৰ নাম ইচাক থলে। আৰু ইস্বৰৰ আগ্যাতে জনমৰ আঠ দিনৰ পাচত আব্ৰাহামে লৰাৰ চর্মচেদন কৰিলে সেই কালত আব্ৰাহামৰ বয়স এস বচৰ হৈছিল।

এই সকলো কৰমৰ পাচত ইস্বৰে আব্ৰাহামৰ পৰিখা চাবৰ নিমিত্তে কলে, হে আব্ৰাহাম, উঠা, তুমি জাক অতি প্ৰিতি কৰিচা এনে জি তোমাৰ একেটি পুত্ৰ ইচাক তাকে লৈ মৰিয়া দেসলৈ জোআ, তাতে মই জি পর্বত তোমাক দেখুআম সেই পর্বতৰ ওপৰতে তুমি আপোন পুত্ৰ ইচাকক মোৰ উদেসে বলি দান কৰাগৈ; তাতে আব্ৰাহামে অতি ৰাতি পুআই গাধ সজাই আপোন পুত্ৰ ইচাকক আৰু দুই বন্দিক, আৰু হোম দিবৰ নিমিত্তে খৰি এইবোৰক লৈ, ইস্বৰে জি ঠাইৰ কথা তেঁওক কৈছিল তালৈকে গতি কৰিলে। পাচে তিনি দিনৰ মুৰত অতি দুৰৈত সেই ঠাই দেখি, দুই বন্দিক কলে, তহঁতে গাধই সৈতে ইয়াতে থাক, ময়ে লৰাই দুয়ো গৈ ইস্বৰক আৰাধনা কৰি আহোঁগৈ। তেতিয়া আব্ৰাহামে আপোন পুত্ৰ ইচাকৰ হাতত হোমৰ খৰি দিলে, আৰু আপুনি জুই আৰু অস্ত্ৰ লৈ ইস্বৰে দেখুআ ঠাইলৈ গৈ থাকোঁতে ইচাকে বুলিলে, হে পিত্ৰি, হোমৰ নিমিত্তে জুই আৰু খৰি আনিচা, কিন্তু মেৰ কত? তেতিয়া আব্ৰাহামে কলে, হে মোৰ পুত্ৰ ইস্বৰে, আপোনাৰ বলিৰ নিমিত্তে আপুনিএই মেৰ জোগাই দিব; পাচে জেতিয়া সিবিলাকে কথোপকথন কৰি সেই ঠাই পালে গৈ, তেতিয়া আব্ৰাহামে হোমৰ ভেঁটি সাজি তাৰ ওপৰত খৰি ৰাখি; তেঁওৰ পুত্ৰ ইচাকক বান্ধি হোমৰ ওপৰত থকা খৰিত থলে; আৰু তেঁও পুত্ৰক বলি দিবৰ নিমিত্তে হাত দাঙ্গি অস্ত্ৰ ললে, তেতিয়াই ৰৰগৰ পৰা ইস্বৰৰ দূতে মাত লগাই বুলিলে, হে আব্ৰাহাম, আব্ৰাহাম, তুমি আপোন পুত্ৰৰ ওপৰত হাত নে দাঙ্গিবা, আৰু লৰাৰ অহিতে একো ন কৰিবা, কিয়নো তুমি ইস্বৰ ভই কৰি, আপোনাৰ একেটি প্ৰিয় পুত্ৰকে তেঁওৰ উদেসে বলি দিবলৈ প্ৰিয় নে মানিলা, ইয়াক মই এতিয়া জানিচোঁ। তেতিয়া আব্ৰাহামে চকু ঘুৰাই চালত দেখা একোপা লতাত সিঙ্গেৰে লাগি থকা এটা চাগক দেখিলে, তাতে তালৈ গৈ সেই চাগক আনি, আপোন পুত্ৰ ইচাকৰ সলনি ইস্বৰলৈ হোম দান কৰিলে।

তাৰ পাচে ইস্বৰৰ দূতে দুতিয় বাৰ মাত লগাই আব্ৰাহামক কলে, ইস্বৰে কৈচে, তুমি এই কৰম কৰাৰ নিমিত্তে মই আপোনাৰ নামেৰে সপত কৰি তোমালৈ প্ৰতিগ্যা কৰি কৈচোঁ, তোমাক আসির্বাদ কৰি, তোমাৰ বংস আকাসৰ তৰা আৰু সমুদ্ৰৰ বালিৰ সমান অসংখ্যকৈ বঢ়াম, তাতে সিবিলাকে আপোন সত্ৰুবোৰৰ দেসত অধিকাৰ হব, আৰু প্ৰিথিবিৰ সকলো বাজ্যৰ বংসে তোমাৰ দোআৰাই আসির্বাদ পাবগৈ।

এই ৰুপে ইস্বৰে আব্ৰাহামক আপোনাৰ সকলো বিধান পালন কৰিবৰ নিমিত্তে আমন্ত্ৰন কৰিলে, তাতে আব্ৰাহামেও ইস্বৰৰ আমন্ত্ৰনত হেলা ন কৰি, ইষ্ট বন্ধু, ঘৰ বাৰি এৰি, আপোনাক স্ৰুজন পালন কর্তা পৰম ইস্বৰৰ বচন পালন কৰি আপোন পিত্ৰিৰ জনম ঠাইৰ পৰা ওলাই আহিল; আৰু কোন দেসলৈ ইস্বৰে তেঁওক নিব তাক নে জানিএই গতি কৰি সেই অঙ্গিকাৰৰ দেস পালেগৈ। আৰু জেতিয়া তেঁওৰ কোনো সন্তান নাচিল আৰু তেঁওৰ ভার্জা বাঁজি আৰু বুিধ বয়স হোআত হবলৈকো আসা নাই, তেতিয়াও ইস্বৰৰ প্ৰতিগ্যাত সন্তান পাম বুলি বিস্বাস কৰি পাচত অঙ্গিকাৰৰ সন্তান পালে। জি সময়ত সেই প্ৰতিগ্যাৰ পুত্ৰকে পুনৰাই ইস্বৰে আপোনালৈ বলি দিবলৈ আগ্যা কৰিলে, তেতিয়াও তেঁওৰ কথাত অবিস্বাসি ন হৈ কোনো ৰুপে তেঁওৰ সন্তান আৰও জনমাব, নাইবা ইচাককে হোমৰ মাজৰ পৰা জিয়াব বুলি বিস্বাস কৰি সেই একেটি পুত্ৰকে ইস্বৰৰ অর্থে বলি দি-

বলৈ যুগুত হৈছিল। সেই নিমিত্তে ঈশ্বৰেও আ-পোন বিশ্বাসি সেৱকক সকলো ৰুপে অনুগ্ৰহ আৰু আশিৰ্বাদেৰে পুৰ কৰিলে। আৰু সেসত অতিসই ৰুপে তেঁওৰ বঙ্গহ উত্তপন কৰি, সেই অধিকাৰৰ দেসক দিলে; আৰু জিবিলাক সত্ৰু আছিল, সেইবোৰক পৰাজই কৰাই দেসৰ পৰা উচন কৰালে। ন. ল.

---

## টেঙৰ জালোআইৰ কথা।

**The Ready Fisherman.**

এক জালোআই নৈত মাচ ধৰোঁতে এনে চিকন মাচ এটা পালে তাৰ নিচিনা মাচ পোআটো চাৰি কোনেও দেখা নাই। জালোআই মনত ভা-বিলে জে এই মাচটো হাটত বেচিলে অলপমান ৰুপ পাম; ৰজাৰ আগলৈ নিলে দেখি তেঁও সন্তোস হৈ আমাকো সন্তোস কৰিব। ইয়াকে বুলি জালোআই মাচটো লৈ ৰজাৰ আগলৈ গলত, মাচটো দেখি, ৰজাই বৰ ৰঙ্গ পাই জালোআইক তেতিয়াই এস ৰুপ দিবলৈ আগ্যা কৰিলে। তাতে মন্ত্ৰিএ এই কথা সুনি ৰজাত কলে, বোলে, এটা মাচত এস টকা ৰুপ দিয়াটো উচিত ন হই। ৰজাই কলে মই এবেলি আগ্যা দিলোঁ নি দিলে মই লাজ হম। মন্ত্ৰিএ বুধি দিলে জে আপুনি এই মাচটো মতা কি মাইকি তাক জালোআইক সোধক; জদি মতা বোলে মাইকিটো, জদি মাইকি বোলে মতাটো আনিবলৈ জালোআইক আকও আগ্যা কৰোক; লগৰটো মাচ আনি দিব নোআ-ৰিলে ৰুপ নেপা। তেতিয়া ৰজাই মন্ত্ৰিৰ বুধি-ৰেই জালোআইক সুধিলে জে এই মাচটো মতা নে মাইকি। জালোআইএ কলে, এই মাচ মতাও ন হই মাইকিও ন হই ই নপুংসক। সেই কথা সুনি ৰজাই হাঁহি তাক দুস ৰুপ বঁটা দিলে।



Almanac for April, 1849.

## এপ্রিল, অৰ্থাত বহাগ, ১৮৪৯।

| দিন | এপ্রিল | চৈত | সুৰ্য্যোদয় | সুৰ্য্যৰ মধ্যাহ্ন | সুৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যাহ্ন | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|---|---|---|
| দেও | ১ | ২০ | ৫।৫৪ | ১২।৪ | ৬।১৩ | ৯ | ৭ | ১৯।১৪ | ১।১৬ |
| সো | ২ | ২১ | ৫।৫৩ | ১২।৪ | ৬।১৪ | ১০ | ৮ | ২০।১১ | ২।৩ |
| ম | ৩ | ২২ | ৫।৫২ | ১২।৩ | ৬।১৪ | ১১ | ৯ | ২১।৩ | ২।৫৪ |
| ব | ৪ | ২৩ | ৫।৫১ | ১২।৩ | ৬।১৪ | ১২ | ১০ | ২১।৫২ | ৩।৩৮ |
| বি | ৫ | ২৪ | ৫।৫০ | ১২।৩ | ৬।১৫ | ১৩ | ১১ | ২২।৪০ | ৪।১৯ |
| সু | ৬ | ২৫ | ৫।৪৯ | ১২।২ | ৬।১৫ | ১৪ | ১২ | ২৩।২৫ | উদই |
| স | ৭ | ২৬ | ৫।৪৮ | ১২।২ | ৬।১৬ | ১৫ | ১৩ | পুআ | ৬।৯ |
| দেও | ৮ | ২৭ | ৫।৪৭ | ১২।২ | ৬।১৭ | ১৬ | ১৪ | ০।১০ | ৭।১ |
| সো | ৯ | ২৮ | ৫।৪৫ | ১২।১ | ৬।১৭ | ১৭ | ১৫ | ০।৫৫ | ৭।৫৪ |
| ম | ১০ | ২৯ | ৫।৪৪ | ১২।১ | ৬।১৮ | ১৮ | ১৬ | ১।৪০ | ৮।৪৫ |
| ব | ১১ | ৩০ | ৫।৪৩ | ১২।১ | ৬।১৯ | ১৯ | ১৭ | ২।২৬ | ৯।৩৫ |
| বি | ১২ | বহাগ | ৫।৪২ | ১২।১ | ৬।১৯ | ২০ | ১৮ | ৩।১২ | ১০।২৩ |
| সু | ১৩ | ২ | ৫।৪১ | ১২।০ | ৬।২০ | ২১ | ১৯ | ৩।৫৮ | ১১।১১ |
| স | ১৪ | ৩ | ৫।৪০ | ১২।০ | ৬।২০ | ২২ | ২০ | ৪।৪৫ | ১১।৫৮ |
| দেও | ১৫ | ৪ | ৫।৩৯ | ১২।০ | ৬।২১ | ২৩ | ২১ | ৫।৩৩ | পুআ |
| সো | ১৬ | ৫ | ৫।৩৮ | ১২।০ | ৬।২১ | ২৪ | ২২ | ৬।২২ | ০।৪৬ |
| ম | ১৭ | ৬ | ৫।৩৭ | ১২।০ | ৬।২২ | ২৫ | ২৩ | ৭।১০ | ১।৩৭ |
| ব | ১৮ | ৭ | ৫।৩৬ | ১১।৫৯ | ৬।২২ | ২৬ | ২৪ | ৭।৫৯ | ২।৯ |
| বি | ১৯ | ৮ | ৫।৩৬ | ১১।৫৯ | ৬।২৩ | ২৭ | ২৫ | ৮।৪৮ | ২।৫০ |
| সু | ২০ | ৯ | ৫।৩৫ | ১১।৫৯ | ৬।২৩ | ২৮ | ২৬ | ৯।৩৮ | ৩।৩৫ |
| স | ২১ | ১০ | ৫।৩৪ | ১১।৫৯ | ৬।২৪ | ২৯ | ২৭ | ১০।২৯ | ৪।১৭ |
| দেও | ২২ | ১১ | ৫।৩৩ | ১১।৫৮ | ৬।২৪ | ৩০ | ১ | ১১।২৭ | অস্ত |
| সো | ২৩ | ১২ | ৫।৩২ | ১১।৫৮ | ৬।২৫ | ১ | ২ | ১২।১৭ | ৬।৫৪ |
| ম | ২৪ | ১৩ | ৫।৩১ | ১১।৫৮ | ৬।২৫ | ২ | ৩ | ১৩।১৫ | ৮।০ |
| ব | ২৫ | ১৪ | ৫।৩০ | ১১।৫৮ | ৬।২৫ | ৩ | ৪ | ১৪।১৫ | ৯।৬ |
| বি | ২৬ | ১৫ | ৫।২৯ | ১১।৫৮ | ৬।২৬ | ৪ | ৫ | ১৫।১৫ | ১০।১০ |
| সু | ২৭ | ১৬ | ৫।২৮ | ১১।৫৭ | ৬।২৬ | ৫ | ৬ | ১৬।১৪ | ১১।১০ |
| স | ২৮ | ১৭ | ৫।২৭ | ১১।৫৭ | ৬।২৭ | ৬ | ৭ | ১৭।১৩ | পুআ |
| দেও | ২৯ | ১৮ | ৫।২৬ | ১১।৫৭ | ৬।২৭ | ৭ | ৮ | ১৮।৮ | ০।৪ |
| সো | ৩০ | ১৯ | ৫।২৫ | ১১।৫৭ | ৬।২৮ | ৮ | ৯ | ১৯।০ | ০।৫৩ |

পুৰ্নিমা ৭ দিনৰ ১০।৭ ভাটি।

আমাৱাস্যা ২৩ দিনৰ ৬।১২ পুআ।

১১ এপ্রিলত কাচাৰি বন্ধ।

---

এই অৰুনোদই পত্ৰ মোং সিব্‌সাগৰৰ আমেৰিকান বাপ্টিষ্ট মিস্যন চাপা খানাতে মাহে মাহে চাপ কৰা হৈছে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ ভোগ।   মো° শিৱসাগৰ, এপ্ৰিল, ১৮৪৯ খ্ৰি° অ° অংক।   নম্বৰ ৪।

VOL. IV.   SIBSAGOR, ASAM, APRIL, 1849   No. 4.


## অনেক দেশৰ সম্বাদ।

General Intelligence.

২৪ মাৰ্চৰ নিশা ২ বজাৰ সময়ত শিৱসাগৰৰ ভোম পটিৰ মাচ বজাৰত জুই লাগি অনেক ঘৰ পুৰিলে।

২৭ মাৰ্চত বৰ ধুমুহা বতাহ বৰষুন হোৱাত গুৱাহাটি জিলাৰ অনেক ঘৰ পৰিল; সেই পৰা ঘৰবিলাকৰ কোনো কোনোটিত মানুহো মৰিল, আৰু নৈত দৌ উটি কেতবোৰ নাও বামত তুলি এচাৰি ভাঙ্গিলে।

যোৱা ৬ মাহত কলিকতাৰ মেচমেৰিক হস্পিটাললৈ পঁচা তুলি দিয়া ৰূপ ৩৮১০; সেই ৬ মাহত তাৰ খৰচ ১৮২৫ ৰূপ, আৰু হস্পিটাললৈ যোৱা ৰুগিয়া মানুহ ৩৯ জন; সিইতৰ মাজৰ এটাও মৰা নাই।

জানুৱাৰিৰ ২২ তাৰিখত কলিকতাত ভুঁইকঁপ গল।

২১ ফেবৰুআৰি তাৰিখে শ্ৰীৰামপুৰত ৩০। ৪০ জন ডকাইতে ৰাতি ৰাম ঘোচ নামেৰে এটা কেঁয়াৰ গোলাত সোমাই ৩০০০ হেজাৰ মান ৰূপৰ বস্তু লুটি নিলে। পাচে সিইতে পেৰা প্ৰভিতি সেই বস্তু বাটত লৈ জাঁওতে এজন চকিদাৰে দেখি, বেগতে দাৰোগাত কলত দাৰোগাই খেদি গৈ, তাৰে ডকাইত চাইটা ধৰিলে।

এক পত্ৰত লিখিচে বৰ্দ্ধমানৰ কমিলাৰ ওচৰত ফেবৰুআৰিৰ ১৯ তাৰিখে ৪ ঘণ্টা মানলৈ বৰ ধুমুহা বতাহ হৈচিল, ঘৰবিলাক ৩ ভাগৰ ২ ভাগ মান পৰিল, বৰ গচবোৰ উভালি নিলগত পেলালে নি, ঘৰ, গচ আদি পৰাত ৩০ মান মানুহ মৰিল, ৪০ মান এধা মৰা হল; আৰু গৰু অনেক মৰিল।

টেনেচেৰিম নামেৰে এখন ধাপৰ জাহাজ গোৰা সেনা আনিবৰ নিমিত্তে কলিকতাৰ পৰা ১৩ জানুআৰিত গৈ ১৫ তাৰিখত মান্দ্ৰাজ পালে; আৰু তাৰে পৰা ৫৮৬ গোৰা বনুআই লৈতে উভতি আহি ২১ তাৰিখত কলিকতা পালেহি।

বম্বাইৰ বাচাদৰত এজন চিপাহিএ ৰাতি পৰ দিওতে গাৰ্দৰ ঘৰলৈ বেগতে সোমাই কলে, যোলে জাহাজৰ বনুআৰ প্ৰধান সেনাপতি জিজন ২০ বচৰৰ আগেএ সেই ঠাইতে মৰিল, তেঁওৰে জিৱ আত্মাক দৰ্শন পালোঁ, তাতে হাৱালদাৰে ওলাই চোআত, কেৱল এটা গাধ দেখিলে; কিন্তু চিপাহিএ বুলিলে, গাধকো দেখিলোঁ, আৰু সেই জিৱ আত্মাকো দেখিলোঁ; তাতে ইমান ভই পালে যে চিপাহি সেই ৰাতিতে মৰিল। অনুমান কৰিচে সেই ৰাতি সি অনেক ভাঙ্গ খোআৰ কাৰনে তেনে দৰ্শন পালোঁ বুলি তাৰ মনত মিচাকৈএ ভাবনা আহিচিল।

পাট কাপৰ, চাউল, এদা, হালধিএৰে ভৰা, যাতে ৰাহোমান নামেৰে এখান জাহাজ বম্বাইৰ ওচৰত ১১ ফেবৰুআৰি তাৰিখে জুই লাগি পুৰিলে; তাৰ সকলো বস্তু নষ্ট হল, লোকচানি ১,০০,০০০ এক লাখ টকা।

বম্বাইৰ পৰা যোআ চুৰাট নামেৰে এখান ভাপ জাহাজ, শিল এটাত খুন্দা খাই ভাগিল; কিন্তু তাৰ মানুহ সকলো ৰখ্যা পৰিল।

বম্বাইত থকা কোনো হিন্দু লোকে সেই নগৰত হলিটো নিষেধ কৰিবৰ নিমিত্তে বম্বাই টেলিগ্ৰাফ সমাচাৰ দৰ্পনৰ দোআৰাই গৱৰ্নমেণ্টলৈ নিবেদন কৰিচে।



মান দেসৰ ৰাংগুন নগৰৰ নকচা।
Rangoon.

ফেবৰুআৰি ১৫ তাৰিখত মান দেসৰ ৰাংগুন নগৰত জুই লাগি দু" দিনলৈকে নু নুমুআকৈ অনেক ঘৰ পুৰিলে। তাতে বস্তু চুৰকৈ নিয়া মানুহ জন চাৰেকক ধৰি নগৰৰ অধিকাৰৰ আগ্যাৰে সিইঁতৰ মুৰ কাটিলে। ৰাংগুন নগৰৰ নকচা ওপৰত লিখা আচে।

ডিচেম্বৰ মাহৰ ২৫ তাৰিখত মলমাইন নগৰত এটা ফটিকা বেচা ঘৰত জুই লাগি ৬৫০ ঘৰ পুৰিলে। ঘৰৰ মুল্য ৭৫০০০ মান আৰু তাত মাল পুৰিলে ৪,২৬,০০০ মান ৰুপ হৈচিল।

চৰ্দাৰ চেৰ চিঙ্গৰ পঞ্জাবি সেনাবিলাকে সৈতে জুধ কৰিবলৈ প্রধান সেনাপতি শ্রীজুত লৰ্ড গফ চাহাবে কম্পানিৰ ফৌজ লৈ, ১৩ জানোআৰিত দুপৰ মান বেলিৰ বাট জিলম নদিৰ ওচৰলৈ গৈ, সেই ৰাতি তাতে থাকি, বাট ঠাই ভালকৈ চাই, ১৪ তাৰিখত জুধ পাতিবলৈ ইচা কৰিলে। কিন্তু সেই ঠাই পাঁওতেই সত্রুৰ ৩।৪ বৰ টোপৰ গুলি আহি লৰ্ড গফ চাহাবৰ ওচৰত পৰাত, একে বেলিএ ফৌজক জুধ কৰিবলৈ আগ্যা দিলে, আৰু গধুলিলৈকে দুয়ো দলে প্রধান ৰন কৰিলে। তাতে দুয়ো ফৌজৰ মাজত বৰ এখন হাবি আচিল, সেই হাবিতে সত্রু সেনাই আসুই লৈ তাৰে পৰা বৰ টোপ আদিৰে গুলিয়াই কম্পানিৰ সেনা মৰা ৬০০ খুন হোআ ১৬৫০ মান হল, আৰু সত্রুবিলাকৰ তাতকৈ সৰহ নষ্ট হল। সেই ৰনত সত্রুবিলাকৰ সেনা ৩৫০০৫ মান আৰু ৬২ বৰ টোপ আচিল। পাচে লৰ্ড চাহাবে সিইঁতক তাৰ পৰা খেদালে, আৰু ৰাতি হলত পঞ্জাবিবিলাকে চাৰি ক্রোচ মান দুৰৈ হৈ গৈ আকৌ কোঁঠ বান্ধিবলৈ ধৰিলে। আৰু চতৰ চিঙ্গ চৰ্দাৰে সেনাই সৈতে চেৰ চিঙ্গক লগ লৈ সহাই হব খুজিচে।

ৰামচিঙ্গ নামেৰে এজন পঞ্জাবি দ্রোহিয়া সেনাপতি চেৰ চিঙ্গৰ ফৌজৰ পৰা বেলেগ হৈ তাৰ এজন কাপ্তান গান্ধা চিঙ্গৰ লগত দন্দ কৰি জেচনতা নামেৰে এক ঠাইলৈ তাৰ সেনাই সৈতে গৈচিল। তাকে সুনি লেপ্‌টেনেণ্ট হডচন আৰু লমচ্‌ডেন চাহাবে ১০০ এস তুৰুক চোআৰ লগত লৈ সিইঁতক খেদি ডাত খাঁওতেই পালেগৈ। কিন্তু চাহাব লোকক দেখি সত্রুবোৰ হাবিলৈ পলাই জাবলৈধৰাত খেদি ৪০ দুকুৰি মান কাটিলে; সেই কটাবিলাকৰ লগতে গান্ধা চিঙ্গবোস পালে।

ফেবৰুআৰি অৰুনোদইত চাপিচিলে জে ২ জানুআৰিত কম্পানিৰ সৈন্যবিলাকে জুধত মুল্‌তানৰ ৰাজ নগৰ ললত ৰজাই নগৰৰ কাসৰৰ এক কোঁঠত সোমাই আসুই ললেগৈ'। পাচে তাৰে পৰা ৰজাই জেনৰল হুইস্য চাহাবলৈ কৈ পঠালে বোলে, জদি প্রান ৰখ্যা কৰে মই ধৰিম, কিন্তু জেনৰল চাহাবৰ তেনে কথাৰ নিৰ্বন্ধ কৰিবলৈ



মুলতানৰ জুধত খাৰ ঘৰত জুই লাগি, ঘৰ, সিল, ইটা খুঁটা আদি উৰাই নিয়াৰ নকচা।
Mooltan, du-ing the Siege.

ইচা নো হোআত ৰজাৰ নিবেদন অগ্রাজ্য কৰিলে। কিন্তু ৰজাই একো নিৰ্বন্ধ ন কৰাকৈ সমৰ্পন হোআ হলে গ্রাজ্য কৰিম বুলিচিলে। তাতে সেই ৰূপে ৰজাই নোলাই জেন দেখি কম্পানিৰ সেনাবিলাকে ৪৭ টা বৰ টোপ আৰু বম গোলাৰে সেই কোঁঠলৈ গুলি মাৰিলত তাৰ পকি গৰ ভাঙ্গি ভিতৰ মাটি গৰত গুলিবোৰ সোমাই ৰল; তথাপি গৰ ইমান ভাঙ্গিলে জুধ কৰি কোঁঠত সোমাৰ পাৰিম জেন বুজি, জেনৰল চাহাবে সকলো চিপাহি গোঁৰা সেনাই সৈতে জুগুত হৈ ২২ জানুআৰিত কোঁঠত মুলতানৰ সেনাবিলাকৰে জুধ কৰিবলৈ উপাই কৰিলে। তেতিয়া এই বিপত্তি হব জেন দেখি, ৰজাই কোঁঠৰ দুআৰ মেলি আপোনা আপুনি ৪০ বৰ টোপে সৈতে সকলো অস্ত্ৰ সস্ত্ৰ সমৰ্পন কৰি ৰখিলে। সত্ৰু সেনাবিলাক কোঁঠৰ পৰা দুটা তিনটাকৈ বাহিৰ ওলাই, বাটৰ মুখত হিলৈ আদি অস্ত্ৰবিলাক কম্পানিৰ সেনাৰ আগত সোধাই দিলে। কোঁঠৰ ভিতৰত বহুত খাৰ, বৰ টোপৰ গাঁৰি, হিলৈ, আৰু পহলঙ্গি হিলৈ তাৰৰ সক বহুত দম খাই আচিল

তৰোআল অনেক হেজাৰ ৰৰ টৌপৰ আৰু হিৈনৰ গুলি আদি চাৰিও কালে পৰি আচিল। আৰু সোন, কাকিন্ন, নিল, গন্ধক আদি বহুত; মুল্‌তান ৰজাৰ বাপেকৰ দিনৰে পৰা যেঁহু ধান, তেল, ঘিঁউ, পাট কাপৰ, আৰু তাম, ৰূপ, সোনৰ মোহৰ, বাধৰ, আদি সৰহ পালে। আৰু ৰন হৰাবোৰ জেতিয়া কোঁঠৰ পৰা ওলাই আহিচিল, তেতিয়া গাত ৰূপ সোন লুকাই লুক্‌ই আনিচিল, এটাৰ গাত ৭০০০ সাত হেজাৰ মান ৰূপৰ সোন পালে। সেই কোঁঠৰ ভিতৰত পোআ ৰূপ ৪০,০০,০০০ দু কুৰি লাখ মান্‌ হৰ; সেই ৰূপ মুল্‌ত্থানত ৰন কৰা সেনাবিলাকৰ মাজত কম্পানিএ বাঁটি দিব জেন বুলি এসা কৰিচে।

এজনে লিখিচে, মুল্‌তান ৰজাৰ বয়স ৩৩ বচৰ মান হৈচে; ৫ ফুট ৭ ইঞ্চ মান ওখ, ৰৰনটৌ কিচু ৰগা, কঁপাল খন উঠা, চকু সৰু, আৰু মুখ খনো দেখিবলৈ ভাঁল।

অব্রিয়াদ সেনাই হঙ্গাৰিবিলাকে সৈতে বাবেলনত ২৮ ডিচেম্বৰ তাৰিখে ৰন কৰি জিনিলে। ভালেমান মানুহ মৰিল, আৰু আধা মৰা খুন ২০০, ধৰি ৰাখিলে ৭০০।

ইস্প্ৰানিয়া দেসত ২৬ ডিচেম্বৰত, জেনৰল কাব্রেৰাই ১০,০০০ সেনাৰে মহা ৰানিৰ ১৪,-০০০ সেনাই সৈতে জেনৰল কঙ্কাক জুধ কৰি জিকি, অনেক গোৰা সেনা, আৰু আন সেনা ১৪০০ মান ধৰি ৰাখিলে; অৱসেসবিলাক চাৰিও ফালে পলাই গল।

বাবেৰিয়াৰ নুৰেমবের্গৰ পৰা এক পত্রত লিখিচে, ১৫ জানুআৰিত পেগনিটচ্‌ নদিত ৰাতি অকস্মিতে পানি বাহিল, সেই মান পানি আমাৰ পুৰুসত বহাঁ দেখা নাই; তাতে অনেক দ্রব্য বস্তু নষ্ট কৰিলে, আৰু মানুহো ভালেমান হানি হল।

ইংলণ্ড দেসত পুনৰ মাউৰ হৈ ৭ ডিচেম্বৰলৈকে ১৬৬০ মানুহ পৰিল, তাৰে মৰিল ৭৮২, বস্তু হল ৩০১, মাউৰত পৰি থকা ৫১৭।

ইংলণ্ডত, ২৪ নৱেম্বৰ তাৰিখত, লর্ড মেল্‌বর্ন মিৃত্যু হল; বয়স ৬৯ বচৰ। শ্রীশ্রী মতি বিক্তৰিয়া মহা ৰানি ৰাজ সিংহাসনত উঠাৰ সময়ত তেঁৱে প্রধান ৰাজ মন্ত্রি হৈচিল।

## গিয়ানৱন্ত ৰজাৰ সোধ।

Solomon's Deci

আগৰ কালত য়িহুদি দেসৰ চিলোমোন ৰজাৰ দিনত দু জনি তিৰোতাই ৰজাৰ ওচৰলৈ গৈ তাৰে একনিএ ৰজাত জনালে, হে মহা ৰজা,ময়ে মোৰ লগৰ এই তিৰোতা দুয়ো একেটা ঘৰতে থাকোঁ-ইক। অলপ দিনহে হৈচে মই সেই ঘৰতে এটা লৰা ওপজালোঁ, আৰু মোৰ ওপোজাৰ তিন দিনৰ পাচত এই তিৰোতায়ো এটা ওপজালে; সেই ঘৰত আমি দু জনিৰ বাহিৰে আন কোনো নাই। পাচে এদিন ৰাতি মোৰ টৌপনি আহিলত এই তিৰোতাই তাইৰ লৰাটিৰ ওপৰত টৌপনিত সুলত, তাইৰ লৰাটো মৰিল, তেতিয়া তাই মাজ নিসা উঠি মই টৌপনিত থকাতে মোৰ কোলাৰ পৰা লৰাটো নি তাইৰ বুকত সুআলে; তাইৰ মৰা লৰাটো আনি মোৰ বুকত সুআই থলে নি। পাচে ৰাতি পুআ মই লৰাক পিয়াহ খুআবলৈ উঠি, মৰা লৰাটো দেখিলোঁ; কিন্তু সেই মৰা লৰাটো জে মই ওপজোআটো ন হই, ইয়াক মই ৰাতি পুআ ভালকৈ জানি এই তিৰোতাত কলোঁ, কিন্তু তাই মোক এই জিয়া লৰাটো নি দিলে; এই কাৰনেহে মহা ৰজাৰ আগত জনাইচোঁ। তেতিয়া ই জনি তিৰোতাই কলে, ন হই, মহা ৰজা, এই জিয়া লৰা মোৰহে, এইৰ জিটো লৰা হৈচিল সি মৰিল। সি জনিএ কলে ন হই, মহা ৰজা, এই মিচা কৈচে, মোৰ জিয়া লৰাটো, লৈ তাইৰ মৰা লৰাটো মোৰ বুকৰ সাম্দিত সুআই থলে নি। এই ৰূপে বিসমকৈ দন্দ কৰি একেটা লৰাৰে দুয়ো জনি গৰাকি হৰ খোজাত, আৰু সেই লৰা নো কাৰ তাৰ কোনো সাখিও নাই কিয়াৰ কাৰনে ৰজাই, একো ঠিক বুজিব নোআৰি, কটা মানুহক আগ্যা কৰিলে, বোলে, এই লৰাটো সমানে দাৰে দু ডোখৰ কৰি দুই তিৰোতাক বাঁটি দে। তেতিয়া ই জনি তিৰোতাই কলে, চিকন আগ্যা দিচে, তাইৰো গুচক, মোৰো গুচক, কাটি সমানে ভাগ বঁটাই ভাল। লৰাৰ স্বৰূপ মাক জি জনি তিৰোতা তাই ৰজাই তেনে আগ্যা দিয়া সুনি, সৰন দি ৰৰকৈ কান্দি কান্দি কলে, মহা ৰজা, লৰা তাইকে দিয়া, তেও বধ ন কৰিবা। তাতে লৰা জে স্বৰূপ এইৰ গর্ভৰ পৰা ওপজা, ইয়াকে ঠিক জানি তাইক লৰা দিলে, সি জনিক দুৰকৈ খেদি দিলে। ৰজাৰ এই প্রকাৰ সোধ পোচৰ বিবেচনা দেখি সকলো মানুহে আচৰিত গিয়ান কৰিলে।

## অনন্ত কাল।

Eternity.

অনন্ত! অস্, কি বুঝিব অগোচৰ সবদ! অনন্ত কালৰ বিসই জদি আমি অনেক কথা পৰ্হোঁ, নাইবা বিচাৰ কৰোঁ, নাইবা মানোঁ, তথাপি সেই অনন্ত কালেই কি তাৰ জথাৰ্থ তত্ব সমপুৰ্ন ৰূপে জানিব পৰা নাই, আৰু বাক্যৰ দোআৰায়ো জনাবলৈ সক্তি নাই।

অনন্ত কাল ইশ্বৰৰ আয়ুস স্বৰূপ। 'অনন্ত' সবদ প্ৰয়োগ হোআত পৰম প্ৰধান ৰূপে প্ৰকাস পাইচে, কিয়নো অন্য একোতো এই সবদ আৰোপন হব নোআৰে। অনাদি অথ্যাই অদ্ৰিস্য জি বস্তা কেৱল তেঁৱেইহে নিত্য, অগম্য, তেজৱন্ত, অদিতিয় বস্তা, সচিদানন্দ, পৰম ইশ্বৰ। আমি আকাসলৈ হাত তুলি সপত কৰিচোঁ, মই অমৰ, ইশ্বৰ, তেঁওৰ বাহিৰে এনে কথা কবলৈ কাৰো সক্তি নাই। তেঁও আপুনি জিঁওতা সকলোৰে জিৱন তেঁৱেইহে, তেঁওৰ বিকাৰ নাই, কিন্তু আজি কি কালি সদাই সম ভাৱে আচে। তেঁওৰ ওচৰত এদিনেই হেজাৰ বচৰৰ সমান, আৰু হেজাৰ বচৰেও এদিনৰ সমান। হে পুভু, তুমি পুৰুসানুক্ৰমে আমাৰ আস্ৰই। পৰ্বতবোৰ উত্পন হোআৰ আৰু প্ৰিথিবি আৰু জগত স্ৰিষ্টি হোআৰ আগৰে তুমি অনাদি অনন্ত ইশ্বৰ।

অনন্ত কাল দুই প্ৰকাৰে, অৰ্থাত ভুত আৰু ভবিস্যত। ভুত অনন্ত কালে কেৱল সৃষ্টি কৰ্ত্তাৰ অধিকাৰ, কিন্তু তেঁওৰ বুধি অনুসাৰে ভবিস্যত অনন্ত কালে মানুহৰহে অধিকাৰ। ইশ্বৰ বৰ্তমান আৰু ভুত আৰু ভবিস্যত তিনিও কাল স্বৰূপ, কেতিয়াও তেঁওৰ আদিও নাই অন্তো ন হই। মানুহৰ আদি হৈ গৈচে কিন্তু সেস কেতিয়াও ন হই আৰু প্ৰত্যেক জনে আপোনাৰ স্বকিয় কৰমৰ ফল অনন্ত কাল পৰ্জন্তে ভোগ কৰিব। এই বিসই হিন্দু সাস্ত্ৰতো লিখা আচে।

অৱস্যমেৱভোক্তব্যং কৃতং কৰ্ম্মসুভাসুভং।
মাভুক্তং ক্ষিয়ন্তেকৰ্ম্মকল্পকোটিসতৈৰপি॥

অৰ্থাত স স কোটি কল্প গলেও সুভা সুভ আৰ্জ্জিত কৰমৰ ফল ভোগ ন কৰিলে কৰম খ্যাই নে পাই। সহস্ৰ সহস্ৰ কোটি কল্প গলেও সেই অনন্ত কাল ৰূপ চক্ৰ ঘুৰি থাকিব। এই কাৰন জিহেৰে আমি মৰনৰ পাচে সুখৰ ঠাইত পৰকাল থাকিব পাৰোঁ, এনে উপাই কৰা অতি আৱস্যক। ইশ্বৰে দিয়া সাস্ত্ৰৰ অনন্ত পৰম আয়ুস পাবৰ উপাই প্ৰকাসিত হৈ আচে, এই নিমিত্তে ধৰম সাস্ত্ৰৰ কথা বিচাৰ কৰা।

অনন্ত কাল মানুহৰহে অধিকাৰ আচে। মানুহ এবাৰ স্ৰুজিলে আৰু কেতিয়াও তাৰ নিৰ্বান ন হই, অৰ্থাত এটাৰো বিনাস হব নোআৰে। এয়ে স্ৰিষ্টি কৰ্ত্তাৰ নিয়ম, আৰু কোনোএ তাক অন্যথা কৰিবও নোআৰে। প্ৰিথিৱিত থকা জিৱ জন্তুৰ মাজত মানুহ জনম ভাসৰ, আৰু সেই জিৱনৰ সেস নাই। মানুহ সচেতন প্ৰানি আৰু তাৰ চৈতন্যৰ সেস ন হই। মানুহে আপোনাৰ স্বকিয় কৰমৰ মোচোলা দিব লাগিব, আৰু এই দাইৰ পৰা কদাপিও তাৰ মুক্তি হব নোআৰে। মানুহ প্ৰতিপালন ৰূপে পৰাধিন হৈ আচে, কেতিয়াও স্বতন্ত্ৰ হব নোআৰে, অৰ্থাত ইশ্বৰৰ সাসনত বস হৈ আচেআৰু সদাই থাকিবও।

পৰকালেই অনন্ত কাল। ইহকালে সৈতে পৰকালৰ কিমান পৰ্জন্ত বেলেগ হৈচে। প্ৰিথিবিত মানুহৰ আয়ুস চাঁয়াৰ নিচিনা, অস্থাই, আৰু জল বিম্বৰ সদ্ৰিস কাল জাপন হই। কিন্তু ইহকালেই জে তাৰ সেস কাল হব এনে ন হই, মৰনৰ পাচে অসেস পৰকাল আচে। আৰু মানুহৰ জিৱন কেৱল সামান্য বা লঘুতৰ এনে ন হই, কিয়নো অলপ দিনৰ নিমিত্তে স্ৰিষ্টি কৰা ন হই, অনন্ত কাল পৰ্জন্তে স্ৰিষ্টি কৰিচে।

এই কাৰন সেই অনন্ত জিৱনলৈ অপেখ্যাৰে বাঞ্চা কৰা মানুহৰ উচিত; আৰু সেই অনন্ত জিৱন পোআৰ উপাই ধৰম সাস্ত্ৰত লিখা আচে। প্ৰভু য়িচুএ কৈচে, জি জনে মোৰ কথা সুনি আমাৰ পাঁচনিবিলাকক বিস্বাস কৰে, সেয়ে অনন্ত পৰম আয়ুস পাই।

পৰকালত স্বৰগ আৰু নৰক বুলি মানুহৰ দুই অৱস্থা হব, কিন্তু দুয়ো অনন্ত কাললৈকে থাকিব, ধৰমি লোকবিলাক স্বৰগলৈ গৈ, পাপ, পৰিখ্যা, দুখ, মৰন আদি জাতনাৰ পৰা মুকুত হৈ সমপুৰ্ন ৰূপে সুখ পাব; আৰু নিত্য ইশ্বৰক দেখা পাই সিবিলাকৰ সৰিল আৰু মন দুয়ো সদাই স্বস্ত হৈ

থাকিব, কদাচিতো একোৰো অভাও ন হই। এই কাৰন সেইবিলাকে ইহকালৰ দেখা বস্তুৰ নিমিত্তে দ্রিষ্টি ন কৰি নে দেখা বস্তুলৈ দ্রিষ্টি কৰি কাল ৰক্ষি থাকে। কিন্তু ৰৱগত জেনেকৈ ধৰ্ম্মৱন্ত-বিলাকে অনন্ত জিৱন পাই, সেই ৰূপে পাপি-বিলাকেও নৰকত অনন্ত মৰনৰ ৰূপে জাতনা ভোগ কৰিব। ইয়াৰ অনেক অনেক প্ৰমান ধৰম পুথিত্ লিখা আচে, ঈশ্বৰৰ স্বৰূপ সোধৰ আগ্যা প্ৰকাস হোৱাৰ আৰু খঙ্গৰ দিনা তেঁও গাই পতি মানুহক আপোনাৰ আপোনাৰ কৰমৰ দৰেৰে প্ৰতি ফল দিব; অৰ্থাত জিবোৰে ধৌৰ্জ ধৰি সত্ কৰম্ কৰি মহিমা, সম্ভ্ৰম, আৰু অমৰ, এই সকল বিচাৰে, সেইবিলাকক অনন্ত পৰম আয়ুস দিব। জিবোৰে সত্য ধৰম এৰি মিচা ধৰমৰ আগ্যা মানি থাকে এনে বিৰোধিবিলাকলৈ খঙ্গ, আৰু জাতনা আদি হব। আৰু প্ৰভুৰ শ্ৰী মুখৰ বচন এই; মহা সোধৰ পাচে অধৰমিবিলাকক অনন্ত সাস্তি, কিন্তু ধৰমিবিলাকক অনন্ত পৰম আয়ুসৰ ভোগ কৰাব।

হে পাঠক সকল সুসমাচাৰৰ সাৰ কথা সেসত কঁও, মন দি সুনি, ভিতৰত ঠাই দিয়া। ঈশ্বৰে জগতলৈ এনে দয়া কৰিলে, জে আপোনাৰ একে জন পুত্ৰকে দান কৰিলে; তাতে জি কোনোএ তেঁওত বিশ্বাস কৰিব, সি নষ্ট ন হৈ অনন্ত পৰম আয়ুস পাব। আৰু আন ঠাইতো লিখা আচে; জি কোনোএ পুত্ৰত বিশ্বাস কৰে, তাৰ অনন্ত পৰম আয়ুস হই; আৰু জি কোনোএ পুত্ৰক নে মানে, সি পৰম আয়ুসৰ দেখাকে নেপাই, ঈশ্বৰৰ খঙ্গৰ পাত্ৰ হৈহে থাকে।



"Time shall be no longer."—Rev. x. 5, 6.

## মানিক পোৱা দুই ভায়েকৰ কথা।

The Brothers and the Jewel.

দুখিয়া দুই ভায়েক মাগিবলৈ জাঁওতে বাটৰ মাজত এমোনা ৰূপ দুটা মানিক পালে; তাতে সৰুটো ভায়েকে কলে, বোলে, মোৰ মনৰ ইচা সিধি হল, মই এতিয়া ঘৰলৈকে জাঁও। ৰৰটোএ কলে, বোলে, ধন পাইচোঁ, কিচু পুন্য তিৰ্থ ফুৰি আহোঁগৈ। ইয়াকে বুলি, দুয়ো ধন বাঁটি লৈ ককায়েকে ভায়েকত কলে, বোলে, মোৰ ভাগো তুমি লৈ জোৱা, ঘৰত মোৰ তিৰোতাৰ হাতত দিবা। তেতিয়া ভায়েকে ককায়েকৰ ভাগো লৈ, আহি, ঘৰ পাই, বৌএকৰ হাতত ৰূপৰ ভাগটো দিলেহি, মানিকটো নি দিলে। পাচে তিনি বচৰৰ মুৰত ককায়েক ঘৰলৈ আহি, ঘৈনিএকৰ হাতত মানিক নে পাই, ভায়েকত সুধিলে, বোলে, মানিক কি কৰিলি? ভায়েকে কলে, ঘৈনিয়াৰ হাতত দিলোঁ। ককায়েকে কলে, তাই কৈচে, বোলে, মই মানিক পোৱা নাই। ভায়েকে কলে, তোমাৰ ঘৈনিয়াই মিচা কৈচে, মই মানিক তাইৰ হাততে দিচোঁ। তেতিয়া ককায়েকে ঘৈনিএকক ৰৰকৈ খঙ্গ কৰিব ধৰিলে; তাতে তাই বেজাৰ লাগি, সোধাৰু বিসয়াৰ আগত গোচৰ দিলেগৈ। তেতিয়া সোধৰ গৰাকিএ তাইৰ পৈএককে দেওৰেককে মতাই নিয়াই, পোনেই দেওৰেকত সুধিলে, তই জে এই তিৰোতাৰ হাতত মানিক দিলি তাৰ সাখি কোনোবা আচে নে? সি কলে, তাৰ সাখি দুটা আচে। তাতে সোধৰ গৰাকিএ সাখি দুটা আনিবলৈ আগ্যা কৰিলত, সাখি দুটাক কিচু কিচু ৰূপ দি, সিকাই নিলত, সিহঁতে এই দৰে কলে, বোলে, ঐও জেতিয়া বৌএকৰ হাতত মানিক দিচিল আমি তেতিয়া তাতে আচিলোঁ, মানিক দিয়া আমি দেখিচিলোঁ। এই কথা সুনি সোধাৰুএ ৰৰটক আগ্যা দিলে, বোলে, তই ঘৈনিএৰৰ হাতৰ পৰা মানিক লগৈ; এনেকৈ বুলি সিহঁতক পাঁচি দিলে। তেতিয়া সেই তিৰোতা জনিএ কান্দি কান্দি ৰজাৰ ওচৰত গোচৰ দিলেগৈ, বোলে, মই সোধৰ গৰাকিৰ তলৈ গৈচিলোঁ, কিন্তু তেঁও স্বৰূপ সোধ ন কৰিলে। পাচে ৰজাই সাখি দুটাই সৈ-

ত্তে দুয়ো ভায়েকক অমাই নিলগ নিলগকৈ ৰা-খিলে, আৰু সিইতক হাতে পতি একো তোখৰ মৌ সিটা দি এই আগ্যা কৰিলে, বোলে, মা-নিকটো কিমান ডাঙৰ, কিমান দিঘল, কেনে এই মৌ সিটাৰেই গাই গাই এটা এটা মানিক সা-জি দেইক। তেতিয়া দুয়ো ভায়েকে একে সমান একে ৰূপে সাজিলে, সাখি দুটাই আন আন বেলেগ বেলেগ ৰূপে সাজিলে; আৰু ৰজাই সেই তিনোভাকোএ তোখৰ মৌ সিটা দি আগ্যা কৰিলে যে তয়ো এটা মানিক সাজ। তাতে তাই অনালে বোলে, মানিকৰ নো কেনে গঢ় মোক কওক, ন কলে মই কেনেকৈ জানিম? মানিক আমি কেতিয়াও দেখা নাই। পাচে ৰজাই সা-খি দুটাক অনেক ভাৰি দি সোণৰ গৰাকিকো ধন্ধ কৰি ভায়েকৰ হাতৰ পৰা মানিক লবলৈ ককায়েকক আগ্যা কৰিলে।

---

## দুটা ইষ্ট মানুহৰ কথা।

**The Two Friends.**

ইটৰ সিটৰ বৰ চেনেহেৰে এনে ইষ্ট মানুহ দুটা ধন ঘটিবলৈ আন দেশলৈ গল। পাচে তা-ৰে এটাই বাটৰ মাজত সক্রুএ থোআ এটা পাত্ৰত অনেক মোহৰ সোন পালে, সোন হাতত তুলি লৈএই সিটক কলে, বোলে, হেৰা সখি, এই বা-টে দি আহি মনৰ ইচাৰ দৰেৰে অৰ্থ লাভ হল; হেৰা চোআ অনেক মোহৰ সোন বাটৰ মাজত পালোঁ। ইটে বুলিলে, বোলে, আমাৰ বৰ ভাগ্য, কিয়নো একো স্রুম ন কৰাকৈএ যে অৰ্থ পালোঁ-ইক। সোন পোআটে কলে, বোলে, হে সখি, আমাৰ ভাল ভাগ্য এই কথা ন কবা, কিয়নো সোন মই অকলৈহে পাইচোঁ, মোৰহে ভাল ভাগ্য, তোমাৰ ন হই, কিয়নো এই সোনত তোমাৰ ভাগ নাই কিয়া। এনেতে সেই সোনৰ গৰাকি সক্রুবোৰ আহি দুয়ো সখিএকক ধৰিবলৈ জো-আত সোন পোআতে কলে বোলে, হে সখি, আমি সক্রুৰ হাতত পৰিলোঁ হবলা? আমাৰ প্রান এতিয়া মাৰিব। তেতিয়াই ইটে কলে, হে প্রিয় সখি, এতিয়া আমি দুয়ো কিয় বোলা, অকল তুমি সোন পাইচা তোমাক মাৰিব।

তাৰ অৰ্থ জেয়ে সুখৰ ভাগ দিবলৈ ইচা ন কৰে দুখ দিবলৈহে ইচা কৰে তাক ইষ্ট নো বোলে।



## আলাসতে বহি থকা সন্যাসিৰ কথা।

**The Air Brahmun**

চেচাল নামেৰে এজন ব্রাহ্মন সন্যাসি, বচৰ চেৰেকৰ আগেএ, মান্দ্ৰাজত ওলাই আলাসতে বহি থাকিব পাৰোঁ বুলি মানুহবিলাকক দেখু-আই ফুৰিচিল। সি আলাসত বহাৰ দস্তুৰ এই; প্রথমতে তাৰ লগৰ মানুহে বৰ কাপৰ এখনে-ৰে মেৰাই তাক ঢাকি ধৰি এখন্তেক মান থাকে, পাচে সেই কাপৰ খন গুচালেই এখন কাঠৰ পিৰাৰ ওপৰত এটা পিতলৰ খুঁটা থিয়কৈ সুমু-আ, আৰু সেই খুঁটাৰ মুৰতে হৰিনা পহুৰ চাল এখান মেৰাই পথালিকৈ বান্ধি থোআ, আৰু তাতে সন্যাসিএ, নকচাত থকাৰ দৰে, মেৰোআ পহুৰ চালৰ ওপৰত হাত থৈ, আলাসতে বহি মলা জপকৈ থকা দেখে। তাতে ১০। ১৫ মিনিট মান কেতিয়াবা আধা ঘণ্টা মান থাকি আৰুও

সেই কাপৰ মৈৰাই আৰ দি নামে। এনে চাহা-
বে চাই অনুমান কৰিলে যে সেই ঘিয় পিতলৰ
খুঁটাৰ পৰা এতাল সকত তিখাৰ গুনা মেক পহুৰ
চালে দি সুমাই হাতৰ কাপৰৰ ভিতৰে নি পিটিএ
ৰমাই দুই ঠেঙৰ মাজে দি সৰকাই আনি তাতে
ৰহে; কিন্তু কাপৰৰ বাহিৰে একো নে দেখি।

---

## মুখৰা মানুহৰে লৰাৰে কথা।

এক সময়ত এটা লৰা আপোনা আপুনি নৈত
পৰি সাঁতৰিব নে জানি তল জাওঁ জাঁও হল,
এনেতে বাটে দি এটা মানুহ গৈছে, তাকে দেখি
সেই লৰাই মানুহটিক প্ৰাৰ্থনা কৰি তাক ধৰিব
লৈ মতাত সিও চৰৌলৈ গৈ লৰাটিক পানিত নমাৰ
কাৰনে গালি পাৰিবলৈ ধৰিলে। তেতিয়া লৰা-
টি কলে, হেৰা দেও, আগেএ মোক ন মৰাকৈ
ধৰি ৰাখা, পাচে জিমান লাগে গালি পাৰিবা।

---

## কুকুৰৰে শিয়ালৰে কথা।

এক সময়ত এটা কুকুৰে এঠাইত এখন বাঘৰ
ছাল দেখি ওচৰলৈ গৈ দাঁতেৰে কামুৰিব ধৰি-
লে, পাচে এটা শিয়ালে তাকে দেখি কুকুৰক
কলে, বোলে, জদি বাঘ জিয়াই থাকিলাহেঁতেন
তেতিয়া তোমাৰ দাঁতবোৰেও তাৰ হাতোৰাৰ
নখ জাক্ষৰ দেখিলাহেঁতেন।

ইয়াৰ অৰ্থ এই, সক্তিমন্ত লোকৰ আপদ
হলেও সৰু লোকে জদি তেতিয়া কোনো পিডা
কৰে তথাপি তাৰ একো সমস্যা ন হই।



Almanac for May, 1849.

## মেই, অৰ্থাত জেঠ, ১৮৪৯।

| বাৰ | মেই | বহাগ | সূৰ্জোদই | সূৰ্জৰ মধ্যান | সূৰ্জাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যান |
|---|---|---|---|---|---|---|---|---|
| ম | ১ | ২০ | ৫।২৫ | ১১।৫৭ | ৬।২৮ | ৯ | ১০ | [illegible] |
| ব | ২ | ২১ | ৫।২৫ | ১১।৫৭ | ৬।২৯ | ১০ | ১১ | ২০।[illegible] |
| বি | ৩ | ২২ | ৫।২৪ | ১১।৫৭ | ৬।২৯ | ১১ | ১২ | ২১।২৩ |
| সু | ৪ | ২৩ | ৫।২৪ | ১১।৫৭ | ৬।৩০ | ১২ | ১৩ | ২২।১৭ |
| স | ৫ | ২৪ | ৫।২৩ | ১১।৫৬ | ৬।৩০ | ১৩ | ১৪ | ২২।৫২ |
| দেও | ৬ | ২৫ | ৫।২২ | ১১।৫৬ | ৬।৩১ | ১৪ | ১৫ | ২৩।৩[illegible] |
| সো | ৭ | ২৬ | ৫।২১ | ১১।৫৬ | ৬।৩১ | ১৫ | ১৬ | পূৰ্ণা |
| ম | ৮ | ২৭ | ৫।২০ | ১১।৫৬ | ৬।৩২ | ১৬ | ১৭ | ০।২২ |
| ব | ৯ | ২৮ | ৫।২০ | ১১।৫৬ | ৬।৩৩ | ১৭ | ১৭ | ১।৮ |
| বি | ১০ | ২৯ | ৫।১৯ | ১১।৫৬ | ৬।৩৩ | ১৮ | ১৮ | ১।৫৫ |
| সু | ১১ | ৩০ | ৫।১৮ | ১১।৫৬ | ৬।৩৪ | ১৯ | ১৯ | ২।৪১ |
| স | ১২ | ৩১ | ৫।১৮ | ১১।৫৬ | ৬।৩৪ | ২০ | ২০ | ৩।২৪ |
| দেও | ১৩ | জেঠ | ৫।১৭ | ১১।৫৬ | ৬।৩৫ | ২১ | ২১ | ৪।১৬ |
| সো | ১৪ | ২ | ৫।১৭ | ১১।৫৬ | ৬।৩৫ | ২২ | ২২ | ৫।৪ |
| ম | ১৫ | ৩ | ৫।১৬ | ১১।৫৬ | ৬।৩৬ | ২৩ | ২৩ | ৫।৫১ |
| ব | ১৬ | ৪ | ৫।১৬ | ১১।৫৬ | ৬।৩৬ | ২৪ | ২৪ | ৬।[illegible] |
| বি | ১৭ | ৫ | ৫।১৫ | ১১।৫৬ | ৬।৩৭ | ২৫ | ২৫ | ৭।২৭ |
| সু | ১৮ | ৬ | ৫।১৫ | ১১।৫৬ | ৬।৩৭ | ২৬ | ২৬ | ৮।১৭ |
| স | ১৯ | ৭ | ৫।১৪ | ১১।৫৬ | ৬।৩৮ | ২৭ | ২৭ | ৯।৮ |
| দেও | ২০ | ৮ | ৫।১৪ | ১১।৫৬ | ৬।৩৯ | ২৮ | ১ | ১০।১ |
| সো | ২১ | ৯ | ৫।১৩ | ১১।৫৬ | ৬।৪০ | ২৯ | ২ | ১০।৫৭ |
| ম | ২২ | ১০ | ৫।১৩ | ১১।৫৬ | ৬।৪০ | ৩০ | ৩ | ১১।৫৬ |
| ব | ২৩ | ১১ | ৫।১৩ | ১১।৫৬ | ৬।৪১ | ১ | ৪ | ১২।৫৭ |
| বি | ২৪ | ১২ | ৫।১২ | ১১।৫৬ | ৬।৪১ | ২ | ৫ | ১৪।০ |
| সু | ২৫ | ১৩ | ৫।১২ | ১১।৫৭ | ৬।৪২ | ৩ | ৬ | ১৫।১ |
| স | ২৬ | ১৪ | ৫।১১ | ১১।৫৭ | ৬।৪২ | ৫ | ৭ | ১৬।০ |
| দেও | ২৭ | ১৫ | ৫।১১ | ।৫৭ | ৬।৪৩ | ৬ | ৮ | ১৬।৫৫ |
| সো | ২৮ | ১৬ | ৫।৯ | ১।৫৭ | ৬।৪৩ | ৭ | ৯ | ১৭।৪৬ |
| ম | ২৯ | ১৭ | ৫।৮ | ১।৫৭ | ৬।৪৪ | ৮ | ১০ | ১৮।৩৫ |
| ব | ৩০ | ১৮ | ৫।৭ | ১১।৫৭ | ৬।৪৪ | ৯ | ১১ | ১৯।২১ |
| বি | ৩১ | ১৯ | ৫।৬ | ১১।৫৭ | ৬।৪৫ | ১০ | ১২ | ২০।৬ |

পুৰ্নিমা ৭ দিনৰ ১।২৫ ভাটি।

আমাবাস্যা ২২ দিনৰ ১।৫৪ ভাটি।

---

এই অৰুনোদই পত্ৰ মোং শিব্‌সাগৰৰ আমেৰিকান
বাপ্তিষ্ট মিস্যন চাপা খানাতে মাহে মাহে চাপ কৰা
হৈছে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত
দিলে ১॥ চ মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cutter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোঙা। মো° সিৱসাগৰ, মেই, ১৮৪৯ খ্রি° অ° সংক। নম্বৰ ৫।

VOL. IV. SIBSAGOR, ASAM, MAY, 1849. No. 6.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

জিলা সিৱসাগৰত থকা শ্রী বাতিৰাম দাসে খ্রিষ্টিয়ান মতেৰে শ্রী মতি মইনা নামে খ্রিষ্টিয়ান কন্যাক শ্রীযুত পাদুৰি বাৰ্কিৰ চাহাবৰ দোআৰাই ৪ এপ্রিলত গুআহাটিৰ মিসান গির্জা ঘৰত বিবাহ কৰিলে।

জিলা তেজপুৰৰ শ্রীযুত কাপ্তান বেনলচ্ প্রধান আচিষ্টেণ্ট কমিসানৰ চাহাব আৰু জিলা গুআহাটিৰ শ্রীযুত লেপ্‌টেনেণ্ট আগ্নিউ জুনিয়ৰ আচিষ্টেণ্ট কমিসানৰ চাহাব পঞ্জাবৰ ৰনৰ পৰা উভতি আহি আপোন আপোন জিলা পালে।

২ এপ্রিল তাৰিখত তাওকাকৰ ওচৰৰ বাটত নগাই খাপ দি ৩ জন বাটে জোআ মানুহক ধৰি গা পতি মুৰত দাৱে একো ঘা মাৰি সিইতৰ বস্তু খনি কাৰ্হি নিলে।

২১ এপ্রিলত আসাম কম্পানিৰ তোমৰ দলঙ্গ বাগিচাৰ কুলি ২ জন দিবৈ নদিত পাৰ হওতে নাও বুৰি মৰিল।

২ মেইত কোঁঅৰ পুৰ মৌজাৰ মাগনি নামে এজনি তিৰোতা মানুহ দিখৌ নৈত পৰি মৰিল।

৪ মেই তাৰিখত বহ ঢলা মৌজাৰ বুটি নামেৰে এজনি তিৰোতাই সাহুএকেৰে সৈতে কিহবাৰ পৰা দন্দ লগাৰ কাৰনে সাহুএকে গালি পাৰিলে; তাতে তাই বৰ অভিমান পাই ১॥ তেৰ বচৰিয়া পুনিৰাম নামে পুতেকক কোলাত লৈ পানিত পৰি মৰোঁগৈ বুলি ঘৰৰ পৰা বাতি ওলাই গৈ, কিছু মান আঁতৰৰ এটা সৰু পুখুৰিত সেই লৰাই সৈতে পৰিল; কিন্তু সৰু পুখুৰি পানি বৰ দ নো হোআৰ হেতুকে তাই ন মৰিল, পুতেক পুনিৰাম মৰিল।

১৬ মেই তাৰিখত দেওবাৰে মঠা ভাদ গাঁৱত গৰখিয়া লৰাই দিখৌ নদিত গা ধুই সাঁতুৰি থাকোঁতে, তাৰ মাজৰে সাঁতুৰিব ন জনা এটা লৰাই আনবোৰৰ লগত গা ধোঁতে দ পানিত পৰি মৰিল। পাচে মাক বাপেকে নাৱেৰে জাল পেলাই তেও লৰাক বিচাৰি নে পালে, কিন্তু তাৰ তিন দিনৰ পাচত আপুনি উপঙি ওলাল।

২৩ মেইত সিৱসাগৰৰ বিষ্টো চিপাহিৰ পুতেক চই বচৰিয়া নৰসিঙ্গ নামে এটা লৰাই, আৰু ২।৩ টা লৰাই সৈতে খেমালি কৈ থাকোঁতে বেলি ৩ বজাৰ সময়ত কেনেবাকৈ সিৱসাগৰ পুখুৰিৰ পানিত পৰি মৰিল। গধুলি হলত বাপেক মাকে বিচাৰি নে পালে। কিন্তু পাচ দিনৰ বাতি পুআ সেই পুখুৰিত তাৰ স পালে।

লঙ্কা দিপৰ মুতুস্বামি নামেৰে জি জন ওলাই ৰজাৰ বংসহ বুলি কৈ সেই দিপৰ ৰজা হৈ সিংহাসনত বহিব খুইচিল, আৰু চেপ্তেম্বৰ মাহৰ অৰুনোদইত চপাৰ দৰে অনেক মানুহ গোটাই জুধ কৰি, ৰায়তবোৰ মাৰি, ঘৰো লুট কৰিচিল; সেই জনকে ধৰি সাসন কৰ্তাই সোধ কৰি ১০০ বেঁতৰ কোৰ মাৰি, অন্য দেসত জনম্মৰ ফাটক দিবলৈ আগ্যা কৰিলে।

এজনি তিৰোতাৰ পিয়াঁহত কিবা বিয়াধি হোআত ইংলণ্ডৰ কামেলফৰ্ড গাঁৱত, কিঙ্গ আৰু পিৰ্চ নামেৰে দুজন ডাক্তৰে ক্লোৰোফৰ্ম মুৰ্চিত দৰৱ সুঙ্গাই, একো দুখ নো পোআকৈ সেই পিয়াঁহটো কাটি গুচালে। আৰু ২।৩ দিনৰ পাচে ডাক্তৰ পিৰ্চ চাহাবে সেই অচেতন দৰৱকে সুঙ্গাই হকিঞ্চ নামে এজন মানুহৰ তিঙ্গিৰ পৰা, বৰ গাঁৱল এটা একেবিও দুখ নো পোআকৈ কাটি একআই পেলালে।



Louis Napolean Bonaparte, Pres'dent of the French Republic.

ফ্ৰাঞ্চ দেশৰ প্ৰজাবিলাকে ডিচেম্বৰ মাহত লূই নাপলিয়ন বর্নপার্ত্তক ৪ বচৰলৈ প্ৰেচিদন্ত ৰাব দি ৰজাৰ দৰে পাতি ললে। প্ৰেচিদন্ত, অৰ্থাত দেসাধিকাৰ মনোনিত কৰি লবলৈ দেশৰ মুনিহ মানুহ সকলোএ গাই পতি, জাক দেসাধিকাৰ পাতিবলৈ ইচা হই, সেই জনৰে নাম লিখি লিখি দিএ; পাচে বিসয়বিলাকে আটাই চিটিবোৰ গোটাই চাই, জাৰে নামে সৰহ চিটি ওলাই তেঁওএই সেই ৰাব পাই। ফ্ৰাঞ্চ দেশৰ ৭৩,৪৯,-০০০ মানুহে চিটিত নাম লিখি দিলে, তাৰে ৫৪,৩৪,২২৬ লূই নাপলিয়নৰ নামৰ ওলাল, 'সস থনি আন ৫ জনৰ নামে ওলাল; লূই নপলিয়নৰ নামে অধিক চিটি ওলোৱা হেতুকে সেই প্ৰেচিদন্ত ৰাব তেঁওএই পালে। তেঁওৰ ৰূপ ওপৰত লিখা আচে।

ফ্ৰাঞ্চ দেশৰ পাৰি নগৰলৈ নিজে পতি তাকত ১,২০,০০০ এক লাখ কুৰি হেজাৰ মান চিটি আছে।

ফের্দিনান্দ, অস্ত্ৰিয়া ৰজাই, তেঁওৰ ভতিজাক আৰ্চ ডিউক ফ্ৰান্সিচ য়োচেফক, আপোন ইচাৰে ডিচেম্বৰ মাহৰ ২ তাৰিখত ৰাজ পদ এৰি দিলে। সেই ন ৰজাৰ বয়স ১৮ বচৰ।

১৮৩৯ সনত চৰ্দাৰ দোস্ত মহমদ খাঁই অপৰাধ কৰাৰ নিমিত্তে কম্পানিএ আফ্‌গানৰ সিংহাসনৰ পৰা গুচাই, লৰা তিৰোতাই সৈতে হিন্দুস্থানলৈ অনাই বান্ধি থৈছিল; জেতিয়া আফ্‌গানৰ ৰণৰ সেস হল, তেতিয়া তেঁওক পুনৰাই কাবোললৈ আ-কও পঠাই দিলে। এই সেসৰ পঞ্জাবি ৰণলৈকে তেঁও ভাল ৰূপে আপোন দেসত সাসন কৰি আ-ছিল। আগৰে পৰা পেস্যাৱৰ নগৰ পাবৰ নিমি-ত্তে তেঁওৰ বৰ ইচা আছিল, এই হেতুকে জেতিয়া চৰ্দাৰ আদি চিকবোৰে কম্পানিৰ বিৰোধে ৰন কৰে, তেতিয়া দোস্ত মহমদে ১০,০০০ মান আফ্‌গানৰ সেনাই সৈতে আহি পেস্যাৱৰ নগৰ আক্ৰমন কৰি ললে, আৰু তেঁওৰ পুত্ৰ চৰ্দাৰ আ-ক্ৰম খাঁও বহু সেনাই সৈতে গুজৰাটৰ ৰনত চৰ্দাৰ চেৰ চিঙৰ সহাই হবলৈ গৈছিল। কোনো পত্ৰত লিখিছে চৰ্দাৰ আক্ৰম খাঁ সেই ৰনতে মৰিল! এতিয়া কম্পানিৰ সেনাই দোস্ত মহমদক আফ্‌গান সেনাই সৈতে আপোন দেসলৈ পুনৰাই খেদাই দিলে। অনুমান হই জে তেঁও জদি কম্পানিৰ অহিত নহৈ পৰে পেস্যাৱৰ পাবলৈ নিবেদন কৰা হলে গবৰ্নৰ জেনৰল চাহাবে তেঁওৰ প্ৰাৰ্থনা গ্ৰাজ্য কৰিলেহেঁতেন; এতিয়া তাক পোৱাৰ ভা-ৱনা গুচিল। তেঁওৰ নকচা তলত লিখা আছে।



Dost Mohamed

# পঞ্জাবৰ ৰনৰ সেসৰ কথা।

Termination of the War in the Punjab.

এপ্ৰিল মাহৰ অৰুণোদইত চাপিছিলে, জে চিলিয়নৱালা, জিলম নদিৰ ওচৰত, জুধ কৰাৰ পাচে, চৰ্দাৰ চেৰ চিঙে চাৰি ক্ৰোচ মানৰ দুৰ হৈ তাতে কোঁঠ আদি বান্ধিলেগৈ। ১১ ফেবৰুআ-ৰিৰ ৰাতি চৰ্দাৰ চেৰ চিঙে আৰু চতৰ চিঙে সক-লো চিক সেনাই সৈতে সেই কোঁঠ এৰি লাহোৰ নগৰলৈ জাম বুলি চিনাব নদিৰ ওচৰৰ গুজৰাট নামে এক ঠাই পালেগৈ; কিন্তু জেনেৰেল জেনৰল হুইস্য চাহাবে মুলতানৰ পৰা চিনাব নদিৰ বাঁও কালে ৱাম নগৰে দি আহি আগচি ধৰিলে, সেই কাৰনে চৰ্দাৰ চেৰ চিঙে লাহোৰলৈ জাবৰ নিমি-ত্তে চিনাব নদি পাৰ হব নোৱাৰিলে। আৰু প্ৰধান সেনাপতি শ্ৰীযুত লৰ্ড গফ চাহাবে চিক-বোৰৰ পাচ কালে আহি, ২১ ফেবৰুআৰি ৰাতি পুৱা ৮৷৷ বজাত, সকলো কম্পানিৰ সেনা লৈ সত্ৰুৰে সৈতে জুধ পাতিলে। চিকবোৰেও অতি সাহিয়াল ৰূপে জুধ কৰিছিল; এমথা চিকৰ ঘোঁৰা চিপাহিএ আৰু ১৫০০ মান আফগান দেসৰ ঘোঁৰা চিপাহিএ কম্পানিৰ বৰ টোপৰ সেনা-বোৰক খেদাই টোপ কাঢ়ি নিবৰ নিমিত্তে চা-ৰি বেলি অতি বেগে ঘোঁৰা মেলি ধৰিছিলেহি, তথাপি বৰ টোপ অতিসই ঘনে মৰাৰ কাৰনে সিহঁতৰ অনেক মৰি উভতি গল। কম্পানিৰ ঘোঁৰা সেনাই তাকে দেখি সত্ৰুকো খেদি গৈ একে বেলিএই সিহঁতৰ ১৫ টা বৰ টোপ কাঢ়ি আনিলে; তেতিয়া সত্ৰুএ হহকি গুজৰাট নগৰৰ ভিতৰ সোমাল। তথাপি বৰ টোপ বম গোলাৰে ৰৰকৈ সিহঁতক গুলিয়াই, সকলো সেনাবিলাকে ৰাতি ৮ বজালৈকে অতি ভয়ানক জুধ কৰি চই ক্ৰোচ মান বাটলৈ হহকাই খেদিলে; আৰু বা-টৰ সকলো থানে গাঁৰি, হিলৈ, থাৰ, গুলি আদি বস্তু পৰি পৰি আছিল। সেই দিনত পঞ্জাবৰ ৩০০০ মান সেনা মৰিল, কম্পানিৰ ৭০০ মান মৰা খুন হোৱা আছিল। চিকৰ বন্দুৰা [illegible]০০ মান তাতে হৈছিল। সিহঁতৰ ৫২ বৰ টোপ আৰু ৰনৰ অস্ত্ৰ সস্ত্ৰ জি জি সামগ্ৰি আছিল, সেই সক-লোবোৰ কম্পানিৰ সেনাৰ হাতত পৰিল। আৰু



চিক চৰ্দাৰৰ নকচা।

চিক শত্ৰু সেনাবোৰ হাৰি তিনি ভাগ হৈ, দুভাগ জিলম নদিৰ কালে, এভাগ বিম্বৰলৈ জোআ বাটে পলাল, আৰু বাটত হিলৈ, তৰোআল আদি কৰি পেলাই বহু চিকবোৰ আপোন আপোন ঘৰলৈ গুচি গল।

পাচ দিনা মেজৰ জেনৰল চেৰ ওঅলটৰ্ গিল্‌বৰ্ত্ত চাহাবে ১৭,০০০ সেনা লৈ অতিশই বেগে চৰ্দাৰ চেৰ চিঙ্গক খেদি গল; আৰু এনেহে বেগে তাক খেদি গৈচিল, জে বাটত সেনাবোৰে খাব পিবলৈকে তত নে পাইচিল। কিন্তু চিক বোৰে অতি ভই পাই ইইংৰতকৈও বেগে পলাই, জিলম নদি পাৰ হৈ সেই নাওবোৰকো ভাঙ্গি পেলালে। পাচে জেনৰল গিল্‌বৰ্ত্ত চাহাবে আন নাও পাই জিলম নদি পাৰ হৈ শত্ৰুক খেদি গল। পাচে চিকবোৰে ৰুতাচ্ নামে এঠাইত ৰৈ জুধ কৰিবলৈ আৰম্ভন কৰিচিল, কিন্তু জেনৰল গিল্‌বৰ্ত্ত চাহাব ওচৰ পালত সিইতে তাৰ পৰা পলাই ৩ মাৰ্চত ৰাকেৰালা নামে বাটৰ এক কঠিন ঠেক ঠাইত ৰৈ কম্পানিৰ ফৌজ জাব নোঅৰাকৈ বাট ভেঁটিবলৈ ধৰিচিল, তথাপি গুজৰাটৰ জুধলৈ মনত পৰি তাতো ঠাৰিবৰ নোআৰি তাৰ পৰাও পলাই গল।

৭ তাৰিখত জেনৰল গিল্‌বৰ্ত্ত চাহাবে ফৌজে সৈতে হুৰ্মক নামে এক ঠাই পালেগৈ, তাতে ৪০০০ চিক সেনাই সৈতে বুধ চিঙ্গে আপুনি কম্পানিৰ সেনাবিলাকত ধৰিলেহি। ৮ তাৰিখত মেজৰ লৰেঞ্চ আদি জি, জি চাহাব আৰু মেম চাহাববিলাক আগেএ শত্ৰু সেনাৰ হাতত পৰিচিল, সেই সকলোকে চিকবোৰে জেনৰল গিল্‌বৰ্ত্ত চাহাবলৈ পঠাই দিলে, আৰু সেই তাৰিখৰ ৰাতি চৰ্দাৰ চেৰ চিঙ্গো আহি আপোনা আপুনি সমৰ্পন হলহি।

১০ তাৰিখত ৰম্বাইৰ সেনাবিলাকে আহি জেনৰল গিলবৰ্ত্ত চাহাবৰ লগ লৈ, সকলো ফৌজে ৰাৱল্ পিণ্ডি নামে এক ঠাইৰ ৫ ক্রোচ মানৰ ভিতৰত ৰলগৈ; তাতে চৰ্দাৰ চতৰ চিঙ্গকে আদি ৩৫ জন চিক চৰ্দাৰ আহি বহু সেনাই সৈতে আপোনা আপুনি সমৰ্পন হলহি। ১৩ তাৰিখত আন আন সেনাবোৰো সৰনাগত হলহি; পাচে ১৪ তাৰিখত, ৰাৱল্ পিণ্ডি পালত চিকৰ অৱশেষবিলাকেও ধৰিলেহি। ২০,০০০ মান চিক সেনাই এটা এটাকৈ প্ৰতি জনে আপোন আপোন হিলৈ, ঢাল, তৰোআল আদি কৰি কম্পানিৰ সেনাবিলাকৰ আগত সোধাই দিলেহি, আৰু সিবিলাকৰ বাটৰ খৰচৰ নিমিত্তে কম্পানিৰ সেনাপতিৰ আগ্যাৰে চিকৰ প্ৰতি সেনাক এটকাকৈ ৰুপ দি ঘৰলৈ পঠাই দিলে। কোনো কোনোএ আপোন অস্ত্ৰে সৈতে পলাই গল, আৰু কোনো কোনোএ সেই ৰুপ টকা নো লোআকৈ গল; তথাপি তিন দিনৰ ভিতৰত ১৭,৫০০ ৰুপ সিইতক দিলে। পাচে মেজৰ লৰেঞ্চ চাহাবে চেৰ চিঙ্গ আদি চৰ্দাৰবোৰক লাহোৰৰ কালৈলে লৈ গল, আৰু জেনৰল গিল্‌বৰ্ত্ত চাহাবে আফগান শত্ৰুক খেদি গল। আকৰা নামে এক ঠাই পাওঁতেই আফগানবিলাকে বৰ বেগে পলাই গৈচে, এই বাৰ্ত্তা শুনিলে। তাতে সিইতে জেন তত নে পাই গিল্‌বৰ্ত্ত চাহাবে ১৬ মাৰ্চত অলপিয়াকৈ সেনালৈ, তিনি খন নদি পাৰ হৈ, বৰ কঠিন বা-

টতো অতি বেগে খেদি গল। কিন্তু সত্রুএ আটক নগৰৰ পোনে ইন্দচ নদি পাৰ হৈ নাওবোৰ নষ্ট কৰিলে, এনে কথা শুনিলত, জেনৰল গিল্বৰ্ত চাহাবে তাতে ফৌজ এৰি ৩০ জন ঘোঁৰা সেনা আৰু লগত থকা সেনাপতি জন চাৰেকক লৈ অতি বেগে গৈ সিইঁতে নদি পাৰ হৈ নাওবোৰ নষ্ট কৰিবলৈ ধৰোতে পালেগৈ। তাতে ইহঁতলাকক দেখি সিইঁতে বিচুৰ্তি হৈ, নাও নষ্ট কৰিব নোৱাৰি সেতু কাটি উটাই দি তাৰ পৰাও পলাই গল। মুঠে তাত ১৯ খন নাও আছিল, তাৰে চাৰি খন মাথোন নষ্ট কৰিলে, ১৫ খন জেনৰল গিল্বৰ্ত চাহাবে ৰাখিলে। ১৯ তাৰিখত নাৱেৰে সাঁকো কৰি দিব জদি পাৰ তেন্তে ৫০০ টকা তইঁতক দিম বুলি মেজৰ মেকিচন চাহাবে আটকত থকা নাৱৰিয়াবোৰত কলত সিইঁতে ১৮ তাৰিখত অৰ্থাত সেই দিনতে তৈয়াৰ কৰি দিলে।

১৯ তাৰিখত সকলো কম্পানিৰ ফৌজ পাৰ হৈ, ২০ তাৰিখত নয়াচিৰা, জতে ৰঞ্জিত চিঙ্গে চিক সেনাবোৰে সৈতে ১৮২৩ সনত আফগানৰ ফৌজক পৰাজই কৰিচিল, সেই ঠাই পাই, ২১ তাৰিখত পেসাৱৰ পালেগৈ; কিন্তু চৰ্দাৰ দোস্ত মহমদে তেঁওৰ ৭।৮০০০ আফ্গান সেনাই সৈতে দু দিনৰ আগেএ পেসাৱৰ এৰি কাইবেৰিয়া পৰ্বতিয়া লোকক অনেক ৰূপ ভেঁটি দি সেই কাইবেৰিয়া পৰ্বতৰ ঠেক কঠিন বাটত সাৰি গল, আৰু সিইঁতে আলি মচিদ পৰ্বতৰ সিপাৰ হৈ কাবোলৰ ওচৰৰ লাণ্ডিখানাসেই ২১ তাৰিখেই পালেগৈ।

ইমানতে পঞ্জাবৰ ৰনৰ অন্ত হল, আৰু সকলো পঞ্জাবৰ ৰাজ্য ইংৰাজিৰ অধিন হবলৈ, অৰ্থাত জেনেকৈ অসম দেসত কমিস্যনৰ আদি চাহাব লোকে সাসন কৰিচে, সেই ৰূপে পঞ্জাবৰ গোটেই খনত এতিয়াৰে পৰা সাসন কৰিবলৈ শ্ৰীযুত গবৰ্নৰ জেনৰল চাহাবে আগ্যা কৰিলে; সেই ঘোসনা পত্ৰ এই অৰুনোদইত চপা হৈচে।

জেনেকৈ কম্পানিৰ সেনাপতি অৰ্থাত কৰ্নেল, আৰু কাপ্তান, আৰু লেপ্টেনেণ্ট চাহাববিলাকে হিন্দুস্থানৰ চিপাহিক সিকাই আৰু পালন কৰে, তেনেকৈ পঞ্জাব দেসত ৰঞ্জিত সিংহে ফ্ৰাঞ্চ দেসৰ সেনাপতি কেজনমান আনাই, সিবিলাকক তলপ দি ৰাখি চিক সেনাবোৰক ৰনৰ কথা দস্তুৰ সিকাইচিল। আৰু এই ভাৰত বৰ্ষৰ মাজত পঞ্জাবিবিলাকৰ নিচিনা সক্তিমন্ত, সাহিয়াল জোধাৰু কোনো নাই হৈচিল, এতিয়া সেইবিলাকেই ৰন হোৱাত জানিচোঁ যে অনেক কাললৈকে ভাৰত বৰ্সত এনে ৰন ন হব।

এই পঞ্জাবৰ ৰনত কম্পানিৰ সেনাই পোৱা বৰ টোপৰ লেখ:

| | |
|---|---|
| মুলতানৰ, . . . . . . . . | ৬২ |
| গুৰিন্দ ঘৰৰ, . . . . . . . | ৫২ |
| চিলিয়নৱালাৰ, . . . . . | ১২ |
| গুজৰাটৰ, . . . . . . . . | ৫২ |
| চিনিয়তৰ, . . . . . . . . | ২ |
| আবাৰ, . . . . . . . . | ৫ |
| চিকবোৰে লোধাই দিয়া, . . . | ৪০ |
| মেজৰ মেকিচনে পোৱা, . . . | ১ |
| মুঠে বৰ টোপ, | ২২৬ |



চিক বনুৱাৰ নক্সা।



ভাৰত বৰ্ষৰ গৱৰ্ণৰ জেনৰল বাহাদুৰ শ্ৰীযুত ৰাইট অনৰবিল এৰ্ল অফ্ ডালুচি চাহাবৰ নক্চা।
The Right Hon. the Earl of Dalhousie, Governor General of India.

---

## গৱৰ্ণমেণ্টৰ ঘোষণা।

Annexation of the Punjab—the Governor General's Proclamation.

ফৰেণি ডিপাৰ্টমেণ্ট, ফিৰুজপুৰ, ১৮৪৯ সনৰ ৩০ মাৰ্চ।

শ্ৰীযুত গৱৰ্ণৰ জেনৰল বাহাদুৰে পঞ্জাব ৰাজ্য জিহৰ দোআবাই ভাৰত বৰ্ষৰ ব্ৰিটিস্ ৰাজ্য এভাগ হল, তাৰ সম্বাদ সকলো লোকে জানিবৰ কাৰনে চাপা কৰাই প্ৰকাস কৰালে। এই আগ্যা পোৱা মাত্ৰে সেনা থকা প্ৰধান ঠায়ে ঠায়ে বৰ টোপ মাৰিবলৈ আগ্যা দিলে।

ভাৰত বৰ্ষৰ শ্ৰীযুত ৰাইট অনৰবিল গৱৰ্ণৰ জেনৰল বাহাদুৰৰ হুকুম অনুসাৰে,

পি. মেল্বিল,

শ্ৰীযুত গৱৰ্ণৰ জেনৰল বাহাদুৰৰ সঙ্গত থকা ভাৰত বৰ্ষৰ গৱৰ্ণমেণ্টৰ চিফ চেক্ৰেটৰি।

### ঘোষণা।

মহা ৰজা ৰণ্জিত সিংহৰ দিনত বহু বচৰলৈকে কম্পানি দেসে সৈতে চিকৰ দেস অতি কুসলেৰে মিলি আছিল।

ৰণ্জিত সিংহ মৃত্যু হোৱাৰ পাচত আৰু যেতিয়া তেওঁৰ বিধৱাই ৰাজ মেলুআইবিলাকক ভালকৈ ন চলালে তেতিয়া চৰ্দাৰবোৰে আৰু পঞ্জাবৰ সেনাবোৰে নিচই অকাৰনতে একেবেলিএ ব্ৰিটিস্য (অৰ্থাত কম্পানিৰ) এক প্ৰদেস আক্ৰমন কৰিলে। পাচে সিইঁতৰ সেনাবোৰ বেলিএ বেলিএ পৰাজই হৈ অনেক মৰিল, আৰু অতি লাজেৰে সৈতে সিইঁতক খেদোৱা গল, আৰু লাহোৰ নগৰৰ দুআৰ মুখতে মহা ৰজা দলিপ সিংহে শ্ৰীযুত গৱৰ্ণৰ জেনৰল বাহাদুৰৰ বস ৰূপে আপোনাকে আৰু চৰ্দাৰবিলাককে সমৰ্পন কৰি দায়া পাবলৈ নিবেদন কৰিলে।

তেতিয়া গৱৰ্ণৰ জেনৰল বাহাদুৰে দায়া কৰি সেই নিবেদনত গ্ৰাহ্য হৈ, আৰু জি ৰূপে ৰাজ্য নষ্ট কৰিবলৈ উচিত আছিল, সেই ৰূপে ন কৰি, সিইঁতৰ ৰাজ্য ৰখ্যা কৰিলে, আৰু মহা ৰজাক পুনৰাই সিংহাসনত তুলি দি দুয়ো দেসৰ মাজত মিত্ৰ ভাৱে মিলনৰ কথা নিৰ্বন্ধ কৰিলে।

কম্পানিএ বিস্বাস ৰূপে সিইঁতৰ কথাকে মানি অতি সাৱধান পূৰ্বক সিইঁতৰ সকলো প্ৰতিগ্যাৰ ভাৰ ৰাখি আছিল।

কিন্তু চিক মানুহবোৰে আৰু সিইঁতৰ চৰ্দাৰবিলাকে অতিসই বিস্বাস ঘাতি হৈ আপোনাক জি নিৰ্বন্ধেৰে বন্ধা হৈছিল, তাকে লংঘন কৰিলে।

সিইঁতে জি কৰ দিব লাগিছিল তাক কেতিয়াও দিয়া নাই, আৰু ভাৰত বৰ্ষৰ গৱৰ্ণমেণ্ট বাহাদুৰৰ পৰা জি জি ৰূপ ধাৰ কৰিছিল তাৰো একো সুজা নাই।

আপোনাৰ ইচাতে গৱৰ্ণমেণ্ট বাহাদুৰৰ জি বসবৰ্ত্তি হৈছিল তাকে সাসনৰ অস্ত্ৰ সস্ত্ৰেৰে সৈতে অহিত কৰিলে।

কুসল আপোনাৰ পৰা গুচালে, আৰু ব্ৰিটিস্য বিষয়াবিলাকে ৰাজ্যৰ কৰম কৰোঁতেই সিবিলাকক বধিলে; আনবোৰে সেই ৰূপে কৰোঁতে বিস্বাস ঘাতি কৰি সেইবিলাকক বলেৰে বন্দি কৰিলে। সেসত জিবিলাকে নিৰ্বন্ধৰ ভিতৰত নাম লিখি দিছিল, এনে বহু পঞ্জাবৰ চৰ্দাৰ আৰু ৰাজ সৈন্যবোৰ আৰু সকলো চিকবোৰে সৈতে

প্ৰধান ৰাজ মেলুআইৰ এজনআই হৈ, আপোন অস্ত্ৰ সস্ত্ৰে আমাৰ অহিতে উঠিল। আৰু অতি ভয়ানক ৰনেৰে সোনিতময় কৰি দিইতে কোআৰ দৰে ব্ৰিটিস্য গৱৰ্ন্নমেণ্টৰ সাসন আৰু পৰাক্ৰমক গুচাব খুজিছিলে।

ভাৰত বৰ্ষৰ গৱৰ্ন্নমেণ্টে আগেএ প্ৰকাস কৰিছিল যে আৰু পৰাজই কৰিবলৈ সিবিলাকৰ ইচা নাইকিচিল, সেই কথা যে স্বৰূপ হই তাৰ সাখি আপোন কৰ্ম্মেই হৈছিল।

ভাৰত বৰ্ষৰ গৱৰ্ন্নমেণ্টে এতিয়াও পৰাজই কৰিবলৈ ইচা নাই, তথাপি আপোনাক আৰু জিবিলাক সিবিলাকৰ বসত আচে সেইবিলাককো ৰাখিবৰ নিমিত্তে সাৱধানে চাবলৈ আৱস্যক আচে।

এই হেতুকে মনে পতি নো জোকোআকৈ আৰু অকাৰনে ৰাজ্যৰ হানি হোআ বৰ জেন পুনৰাই ন হৱ, আৰু জি প্ৰজাবোৰক আপোন ৰজা আৰু মন্ত্ৰিবিলাকেও কোনো মতে চলাব নোআৰে, আৰু জাক কোনো সাস্তিএও অমুবিৰ পৰা ৰাখিব নোআৰে, আৰু কোনো মিত্ৰ ভাৱেৰেও কুসললৈ মিলাব নোআৰে, গৱৰ্ন্নৰ জেনৰল বাহাদুৰে তাৰ কেৱল এক উপাই পাই, সেই দেসক নিচই ৰূপে বস কৰিবলৈ উচিত বুলি জানি তাতে মন থিৰ কৰিলে।

এই নিমিত্তে ভাৰত বৰ্ষৰ গৱৰ্ন্নৰ জেনৰল বাহাদুৰে এই আগ্যা ঠাৱৰ কৰি এতিয়া প্ৰকাস কৰিচে, পঞ্জাবৰ ৰাজ্যৰ সেস হল, আৰু মহাৰজা দলিপ সিংহৰ ৰাজ্য প্ৰদেসকে এতিয়া আৰু এতিয়াৰে পৰা ইংলণ্ডৰ ভাৰত বৰ্ষৰে এভাগ কৰা হল

মহা মহিম মহা ৰজাক অতি মানেৰে মৰ্য্যদা কৰি ৰাখিব।

আৰু কম্পানিৰ অহিত নো হোআ জিবিলাক চৰ্দ্দাৰ সেস থাকিল সেইবিলাকে আগৰ ক্ৰমে সম্পত্তিৰে মৰ্য্যদা পাব।

মচলমান, বা হিন্দু, বা চিক সকলো প্ৰজাই নিজ নিজ ধৰম মতে স্বতন্ত্ৰ ৰূপে চলন কৰন কৰিবলৈ গৱৰ্ন্নমেণ্টে নিসেধ ন কৰিব। কিন্তু কোনো মানুহে লোকৰ ধৰমৰ বিতি বা দস্তুৰৰ অহিতে মানুহে বেজাৰ পাবলৈ কোনো মতে একো কৰিব নি দিব।

চৰ্দ্দাৰ বা অন্য লোক জিবিলাকে কম্পানি বাহাদুৰৰ অহিতে অস্ত্ৰ লৈ যুধ কৰিলে, সেইবোৰৰ জি সম্পত্তি মাটি বাৰি আচে সকলোবোৰ ক্ৰোক কৰি নিব।

পঞ্জাবৰ ভিতৰত জি জি গৰ আদি কৰি যুধৰবোৰ আচে সেইবোৰৰ জদি ব্ৰিটিস্যৰ সৈন্যবিলাকক ন লগাকৈ জি অৱসেস থাকিব সেই আটাইকে নিচইকৈ ভাঙি নষ্ট কৰিব; আৰু প্ৰজাবোৰে পুনৰাই হুৰা মুৰা বা বৰ জেন কৰিব নোআৰে, সেই নিমিত্তে জতন কৰিব।

গৱৰ্ন্নৰ জেনৰল বাহাদুৰে অতি কুসল ৰূপে ব্ৰিটিস্যৰ বস হবলৈ পঞ্জাবত থকা চৰ্দ্দাৰবিলাক আৰু সকলো মানুহক এই ঘোসনাৰ দোআৰাই জনাইচে।

জিবিলাকে কুসল ৰূপে বস হৈ থাকে সেইবিলাকক ব্ৰিটিস্য গৱৰ্ন্নমেণ্টে অতি মৃদু ভাৱে আৰু দায়াৰে সাসন কৰিব।

কিন্তু জিবিলাক বিসয়া পাতি থোআ হই, সেইবিলাকৰ অহিত হৈ আকও জদি অমুবি আৰু হুৰা মুৰা কৰে, গৱৰ্ন্নৰ জেনৰল বাহাদুৰে পঞ্জাবৰ লোকক অতি মাৱধানে কৈচে, তেতিয়া সিবিলাকক খেমা কৰাৰ কাল গুচিব, আৰু সিইতৰ অপৰাধত অতি টান ৰূপে সাস্তি দিয়া জাব।

ভাৰত বৰ্ষৰ শ্ৰীযুত ৰাইট অনৰবিল গৱৰ্ন্নৰ জেনৰল বাহাদুৰৰ হুকুম অনুসাৰে,

এইচ্‌. এম. এলিয়ত্‌,

শ্ৰীযুত গৱৰ্নৰ জেনৰল বাহাদুৰৰ সঙ্গত থকা ভাৰত বৰ্ষ গৱৰ্ন্নমেণ্টৰ চেক্ৰেটেৰি।

---

শ্ৰীযুত গৱৰ্ন্নৰ জেনৰল চাহাবৰ আগ্যাৰে পঞ্জাবৰ মহা ৰানিক লাহোৰৰ পৰা জানিলৈ অনাই হৈছিল, পাচে তাৰ পৰা পলাই জাই জেন বুজি চোৰা নগৰলৈ অনালে, কিন্তু তাৰ পৰা অল পতে পলাই আন বেস ধৰি লগত দুজনি লিগিৰিলৈ ধোআ কাহি নেপালত ওলালহি। তেওঁৰ পুত্ৰ মহা ৰজা দলিপ সিংহে কম্পানিৰ পৰা

পেনচ্যন পাই গবৰ্ন্মেণ্টৰ ইচাৰ দৰে থাকিবলৈ আগ্যা কৰিলে।

পঞ্জাবত বন কৰা সেনাবিলাকক গাই পতি তকমা দিবলৈ গবৰ্ন্মেণ্টে আগ্যা কৰিলে।

১৩ জানুআৰিত চিলিয়নৱালা অৰ্থাত ঝিলম নদিৰ ওচৰৰ ৰনত জিবোৰ গোঁৰা সেনা মৰিল, সিইতৰ লৰা তিৰোতাৰ উপকাৰৰ নিমিত্তে কম্পানিৰ সেনাপতিবিলাকে চান্দা কৰি ৰূপ তুলিচে। শ্ৰীযুত লৰ্ড ডালুচি চাহাবে ৫০০০ টকা, শ্ৰীযুত লৰ্ড গফ চাহাবে ৪০০০ টকা, কাপ্তান গ্ৰেৰ চাহাবে ১০০০ টকা, এই দৰে দিয়াত অনেক ৰূপ গোট খাইচে।

মুলতানক পৰাজই কৰাৰ পাচত জেনৰল হুইস্য চাহাব আৰু তেওঁৰ লগত কম্পানিৰ ফৌজবিলাকে প্ৰধান সেনাপতি লৰ্ড গফ চাহাবৰ লগ পাবৰ নিমিত্তে ২৯ জানুআৰিত মুলতান নগৰ এৰি, ৮ ফেবৰুআৰিত চিনিয়ত নামে এখন কোঁঠ পালেহি। তাতে নাৰায়ন চিঙ্গ নামে এটা দ্ৰোহিয়াৰে সৈতে যুধ কৰি, জিকি, ৯ তাৰিখে কোঁঠ আক্ৰমন কৰিলে, আৰু ২০০০ মান চিক সেনা কম্পানি সেনাৰ হাতত পৰিল।



মুলতান মানুহৰ নকচা।

Almanac for June, 1849.

## জুন, অৰ্থাত আহাৰ, ১৮৪৯।

| বাৰ | জুন | জেঠ | সূৰ্য্যোদয় | সূৰ্য্যৰ মধ্যাহ্ন | সূৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ উদয় |
|---|---|---|---|---|---|---|---|---|
| সু | ১ | ২০ | ৫।৯ | ১১।৫৭ | ৬।৪৫ | ১১ | ১৩ | ২১।১৪ |
| স | ২ | ২১ | ৫।৯ | ১১।৫৮ | ৬।৪৫ | ১২ | ১৪ | ২১।৫৮ |
| দেও | ৩ | ২২ | ৫।৯ | ১১।৫৮ | ৬।৪৬ | ১৩ | ১৫ | ২২।৪৩ |
| সো | ৪ | ২৩ | ৫।৯ | ১১।৫৮ | ৬।৪৬ | ১৪ | ১৬ | ২৩।২৯ |
| ম | ৫ | ২৪ | ৫।৯ | ১১।৫৮ | ৬।৪৭ | ১৫ | ১৭ | পুআ |
| ব | ৬ | ২৫ | ৫।৯ | ১১।৫৮ | ৬।৪৭ | ১৬ | ১৮ | ০।১৬ |
| বি | ৭ | ২৬ | ৫।৯ | ১১।৫৮ | ৬।৪৭ | ১৬ | ১৯ | ১।৩ |
| সু | ৮ | ২৭ | ৫।৯ | ১১।৫৯ | ৬।৪৮ | ১৭ | ২০ | ১।৫২ |
| স | ৯ | ২৮ | ৫।৯ | ১১।৫৯ | ৬।৪৮ | ১৮ | ২১ | ২।৩৯ |
| দেও | ১০ | ২৯ | ৫।৯ | ১১।৫৯ | ৬।৪৯ | ১৯ | ২২ | ৩।২৭ |
| সো | ১১ | ৩০ | ৫।৯ | ১১।৫৯ | ৬।৪৯ | ২০ | ২৩ | ৪।১৩ |
| ম | ১২ | ৩১ | ৫।৯ | ১১।৫৯ | ৬।৫০ | ২১ | ২৪ | ৫।০ |
| ব | ১৩ | ৩২ | ৫।৯ | ১২।০ | ৬।৫০ | ২২ | ২৫ | ৫।৪৭ |
| বি | ১৪ | আহাৰ | ৫।৯ | ১২।০ | ৬।৫০ | ২৩ | ২৬ | ৬।৩৫ |
| সু | ১৫ | ২ | ৫।৯ | ১২।০ | ৬।৫১ | ২৪ | ২৭ | ৭।২৪ |
| স | ১৬ | ৩ | ৫।৯ | ১২।০ | ৬।৫১ | ২৫ | ১ | ৮।১৫ |
| দেও | ১৭ | ৪ | ৫।৯ | ১২।০ | ৬।৫১ | ২৬ | ২ | ৯।১০ |
| সো | ১৮ | ৫ | ৫।১০ | ১২।১ | ৬।৫১ | ২৮ | ৩ | ১০।৮ |
| ম | ১৯ | ৬ | ৫।১০ | ১২।১ | ৬।৫১ | ২৯ | ৪ | ১১।৯ |
| ব | ২০ | ৭ | ৫।১০ | ১২।১ | ৬।৫২ | ৩০ | ৫ | ১২।১২ |
| বি | ২১ | ৮ | ৫।১০ | ১২।১ | ৬।৫২ | ১ | ৬ | ১৩।১৪ |
| সু | ২২ | ৯ | ৫।১০ | ১১।১ | ৬।৫২ | ২ | | ১৪।১৫ |
| স | ২৩ | ১০ | ৫।১০ | ১২।২ | ৬।৫২ | ৩ | ৭ ৮ | ১৫।১৩ |
| দেও | ২৪ | ১১ | ৫।১১ | ১২।২ | ৬।৫২ | ৪ ৫ | ৯ | ১৬।৭ |
| সো | ২৫ | ১২ | ৫।১১ | ১২।২ | ৬।৫২ | | ১০ | ১৬।৫৫ |
| ম | ২৬ | ১৩ | ৫।১১ | ১২।২ | ৬।৫২ | ৬ | ১১ | ১৭।৫৩ |
| ব | ২৭ | ১৪ | ৫।১১ | ১২।২ | ৬।৫২ | ৭ | ১২ | ১৮।২৯ |
| বি | ২৮ | ১৫ | ৫।১১ | ১২।৩ | ৬।৫৩ | ৮ | ১৩ | ১৯।১৩ |
| সু | ২৯ | ১৬ | ৫।১২ | ১২।৩ | ৬।৫৩ | ৯ | ১৪ | ১৯।৫৭ |
| স | ৩০ | ১৭ | ৫।১২ | ১২।৩ | ৬।৫৩ | ১০ | ১৫ | ২০।৪২ |

পুর্নিমা ৬ দিনৰ ৪।৪৫ পুআ।

আমাৱাস্যা ২০ দিনৰ ৮।৩৭ ভাটি।

এই অৰুনোদই পত্ৰ মোং সিবসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিচান চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোআ। মো° সিব্সাগৰ, জুন, ১৮৪৯ খ্রি° অ° সঁক। নম্বৰ ৬।

VOL. IV. SIBSAGOR, ASAM, JUNE, 1849. No. 6.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

কলিকতাত থকা ৰাজা ৰাজ নাৰায়ন ৰাই নামে এজন লোকৰ ঘৰত চোৰে সোমাই ২৮,০০০ ৰুপৰ হিৰা মুকুতা আদি কাৰি নিলে।

আমদ নগৰৰ ওচৰত ১৫ বচৰ বয়সিয়া তিৰোতাই স্বামিএ সৈতে সতি জাবৰ নিমিত্তে ওলালত পুলিচৰ পিয়দাই তাকে মুনি নিবাৰন কৰিবলৈ গল, কিন্তু ব্ৰাহ্মন আদি জি লোক তাতে আচিল, সিবিলাকে পিয়দাক খেদালে, পাচে তিৰোতাই জুইত সোমাই মৰি গল। তাতে বিচাৰ কৰ্তাই মানুহ পঠাই সেই তিৰোতাক পঁচাবিলাক বধ কৰা বুলি ধৰি অনাই সোধ কৰিবৰ নিমিত্তে কইদত ৰাখি থলে।

বম্বাই নগৰৰ পিয়ল কৰাত মতা ২,৭৫,-১৯০, তিৰোতা ২,৪৩,৩৩১, মুঠে মানুহ ৫,১৯,১২১ পালে।

এতিয়া মানুহে কোআ কুই কৰে, গবৰ্নৰ জেনৰল লৰ্ড চাহাবে ৰাজ মেলে সৈতে কলিকতা নগৰ এৰি হিমালই পৰ্বতৰ ওচৰত চিমলা নগৰত বসতি কৰি তাকে ৰাজ নগৰ পাতিবলৈ আলচ কৰ্ৰিচে।

প্ৰধান সেনাপতি লৰ্ড গফ চাহাবৰ সলনি চৈহ চেৰ চাৰ্লচ নেপিয়ৰ ইংলণ্ডৰ পৰা আহি কলিকতা নগৰ পালত ১৭ মেই তাৰিখত তেঁওৰ মৰ্জ্জতালৈ বৰ ভোজ পাতিলে; পাচে তেঁও সৈন্য সকলোকে চলাবলৈ ওপৰ হিন্দুস্থানলৈ ওলাই গল।

কলিকতাৰ হিন্দু মেডিকল কলেজ অৰ্থাত বেজ সালত ২৫০ চাত্ৰে বিদ্যা সিকিচে। তাতে কগিয়া মানুহৰ হাত ভৰি কাটি ৰোগ ৰেখ গুচাই, আৰু সিকিবৰ নিমিত্তে মৰা সও দিনে পতি কাটি অহি সিব চাই চাই থাকে। এবচৰৰ ভিতৰত মৰা জিয়া মুঠে পাঁচ সতকৈ অধিক মানুহ কাটিলে। হিন্দু মানুহৰ মাজত জিটে প্ৰথমতে মৰা স কাটিবলৈ সাহ পালে, তেঁওৰ নাম বাবু মধুমুধন গুপ্ত; ১০ জানুআৰি ১৮৩৬ সঁকত কাটিবলৈ ধৰিলে, পাচে সকলোএ এই ৰুপে কাটি চাবলৈ সাহ পালে। সেই বাবুৰ জসস্যা কৰিবৰ নিমিত্তে তেঁওৰ নকচা লিখাই বিধুন নামে ৰাজ মেলআই এজনে কলেজৰ ভিতৰত আৰি থোআলে।

এপ্ৰিল মাহৰ এক ৰাতিত এজনি তিৰোতা মানুহক বধ কৰি অমৰ্জ্জতালিকৈ নাক কান মুখ আদি কাটি থোআ আচিল। পাচ দিনা পিয়দাই সৈতে জতন ৰুপে বধ কৰাটক বিচাৰি নে পালে।

চিমলা নগৰত ২৯ এপ্ৰিল তাৰিখে তাৰ্তনেল নামে এজনি মেম চাহাবে আয়া লৰাই সৈতে থকাত বজ্ৰুপাত পৰি দুয়ো জনি মৰিল; লৰাটি দুখ পায়ো জিলে।

হজ্চন নামে এজন চাহাবৰ জিএক ওপৰ হিন্দুস্থানলৈ জাবৰ নিমিত্তে ২৮ মেই তাৰিখে কলিকতাৰ কৈলা ঘাটত এখন নাৱত উঠিবলৈ ধৰোঁতে ভৰি পিচলি দ পানিত পৰিলত সোঁতে নিয়াত ঘূৰি নে দেখিলে।

ডক্তৰ চুইণ্ড নামে এজন চাহাবে লৰাই সৈতে তিৰোতা আৰু ভনিএক এজনিকো লগত লৈ লাহোৰ নগৰলৈ জাওতে ৯ মেই তাৰিখত পাটনা নগৰৰ ওচৰ পালত নৈৰ মাজত পাল তৰি গৈ

থকাত এক তুফান বতাহে বেগাই মৰাত নাও উবুৰি খাই গল। তাতে চাহাবে তিতৰ সোমাই লৰাক হাতত ধৰি আনিলে; পাচে তনিএকক বৰ্খ্যাৰ নিমিত্তে এটা ভাঁৰ দিলে, আৰু এহাতে তিৰোতাক ধৰি লৰাই নৈতে সাঁতুৰিবৰ মনেৰে পানিত পৰিল। তিনিওটা তল জোআত তিৰো তাই হাতৰ এৰাল, পাচে চাহাবে ওলালত তিৰোতা তল জোআত চুলি মাথোন দেখিলে। তাতে উপাই নে পাই সেই চাবি মহিয়া লৰাক হাতৰ পৰা এৰি তিৰোতাৰ সাতৰ মেলি গৈ চুলি ধৰি উলিয়ালত তেঁও বৰ ভই খাই চাহাবৰ তিজিত ধৰি আকও তলৈ নিলে। সেই সময়ত এক নাৱৰিয়াই দেখি বাঁহ এডাল আনি দিলত মেমে তাত ধৰি উঠিল, পাচে চাহাবেও ওলাই দুয়ো বৰ্খ্যা পাই কথমপিহে জিলে। তনিএকো তাৰে নৈতে উপজি থাকি বৰ্খ্যা পৰিল; লৰাটি মৰিল।



সোন ধোআ মানুহৰ নকচা।
Washing for Gold.

কালিফৰ্নিয়া দেশত সোন খানিবলৈ অনেক মানুহ এতিয়ালৈ গৈ আছে। সেই সোন থকা ঠাই বহলে দিঘলে এস মাইল অৰ্থাত চ দিন মানৰ বাট হৈছে। তাৰ মাজে দি চাক্ৰামেন্তো নামে এখন নৈ পৰ্বতৰ পৰা বৈ গৈছে। ৮ হাত দলৈকে সোন থাকে, ওপৰ ভাগত সৰহ, তললৈ খানিলে ক্ৰমে অলপ অলপহে পাই। কোনো মানুহে দিনটতে আধ সেৰকৈ পাই, কোনোএ ১০ টকা ২০ টকা এই দৰে পাই; কেতিয়া ৩।৪ টকা সোন অৰ্থাত দুই তিনি কুৰি কপতকৈ অধিক দাম নে পাই, সেই ঠাই এৰি আন ঠাইত বিচাৰে। কেতিয়াবা এজোখৰতে পোআ আদ পোআৰ্ক পোআ জাই, এইমান একো ডোখৰ ভাঙৰ ভাঙৰ আছে। মুঠে সকলোএ খনাত দিনে দিনে ২,০০,০০০ কপৰ বস্তু ওলাই। ধৰ এইমান সৰহ হোআতো খোআ বস্তু নে পাই অনেক মানুহ লঘোনেই আছে, আৰু জৰ নৰিয়া পৰিও অনেক মৰিছে। এপিপা পিঠা গুৰিত ৪০ টকালৈ বেচে; বেনাত কাপৰত ১০০ মান লই। চাকৰে মাহত ২০০।৩০০ টকা নে পালে কাম ন কৰে। দেসৰ অধিকাৰেও সোন খানিবলৈ গল, তেঁওৰ চাকমাৰে মাহিলি ৬০০ কপ পায়ো কাম এৰি জোআত অধিকাৰৰ আপোন হাতে ভাত বন্ধা অৱস্থা হল। আৰু তাত কেতবোৰ মানুহক বধ কৰাও হৈছে, কাৰন কোনোটোএ সৰহকৈ পাবৰ দেখিলে দুষ্টে তকা দি তাক মাৰি সোন কাঢ়ি লই। এমাহৰ ভিতৰত এই কপে ১৫ জন মানুহ বধ কৰা হৈছিল।

এতিয়া প্ৰিথিবিৰ সকলো মানুহৰ হাতত আন্দাজে ধন ২,৪০,০০,০০,০০০ টকা আছে; ৮।১০ বছৰৰ ভিতৰত কালিফৰ্নিয়াৰ পৰা আৰু এইমান জদি ওলাই, সোনৰ দাম সাস্তা হব; এতিয়া সোন টকাত ১৫ কপ মান হই, পাচে ৯।১০ কপ মান হব; কাল ক্ৰমে কি জানি সামান্য মানুহেও সোনৰে টৌ বাটি লব পাৰিব।

কালিফৰ্নিয়া দেসলৈ জাবৰ নিমিত্তে ফেবৰুআৰি মাহৰ আগেএ আমেৰিকাৰ ৮,৪৮৪ জাত্ৰিএ নৈতে দখিন আমেৰিকা ঘূৰি জোআ ১৪১ জাহাজ মেলি গল। আমেৰিকাৰ জি মাজ ডোখৰ ঠেক হৈছে, তাতে জাহাজৰ পৰা উঠি বামে দি জাবৰ নিমিত্তে ২,৬৮৬ মানুহ আন ৩৭ খন জাহাজত গল।

ৰুমিয়া বৰা প্ৰজাৰ ভয়েৰে পলাই জোআত ৰাজ মেলুআই গোট খাই ৮ ফেবৰুআৰিত আলচ কৰি ৰিপৱলিক অৰ্থাত স্বতন্ত্ৰ ৰাজ্য পাতিবলৈ থিৰ কৰিলে। পাচে ফ্ৰান্সি লোকে আগৰ

ৰজাক আকও সিংহাসনত থবলৈ সেনাক পঠাই দিইছে ৩০ এপ্রিলত ৰোম নগৰৰ ওচৰ পাই আক্রমন কৰিবলৈ ধৰিলে। তাতে প্রজাবিলাকে কোঁঠৰ পৰা টোপেৰে গুলিয়াই ৯০০ মান মাৰিলত ফ্ৰাঞ্চিএ ঘাটি হইছিল।

ৰোমৰ ৰাজ মেলত মাজিনি নামে এজন মেলুআই সকলোৰে আগত প্ৰসঙ্গৰ কথা কৈ কৈ, আমাৰ স্বতন্ত্র দেস হবৰ নিমিত্তে জি ধন ওলাৱ তাক নিৰাৱন কৰিবলৈ তালেমান ধন লাগিব বুলি কোৱাত ৰাজ মেলত বহি থকা বৰ লোকৰ তিৰোতা সকলে সুনি উচাহ মনেৰে আপোন আপোন হিৰা মুকুতা আদি সোনৰ অলঙ্কাৰ সোলোকাই সিলা বৃষ্টিৰ দৰে সেই মেলুআইৰ আগত পেলাবলৈ ধৰিলে।

চাৰ্দিনিয়া দেসত অস্ত্রিয়াৰ সেনাপতি ৰাদেত্স্কিএ চাৰ্লচ আলবৰ্ত ৰজাই সৈতে ৩১ মাৰ্চত নবাৰা নগৰৰ ওচৰত প্ৰধান জুধ কৰি ৪০০০ মানুহ মাৰিলে, ৩০০০ বন্দিয়াৰ আৰু ১২ টা বৰ টোপো নিলে। ৰজাই ইয়াকে দেখি অসন্তোস পাই ২৭ তাৰিখত বিক্তৰ ইমানুএল নামে আপোনাৰ পুত্তেকৰ গাত ৰাজ্য ভাৰ সমৰ্পন কৰি এৰি গুচি গল। পাৰচ ন ৰজাই অস্ত্রিয়াক ৪,০০,০০,০০০ টকা দিম বুলি কথা বান্ধি অস্ত্রিয়াৰ সেনাপতিএ সৈতে মিল কৰিলে।

হৰ্মনস্তাত নগৰত কচিয়া আৰু অস্ত্রিয়াৰ সেনাবিলাক ৰাখি থাকোঁতে বেম নামে হঙ্গাৰি সেনাপতিএ আক্রমন কৰি সিহঁতৰ কোঁঠ কাঢ়ি ললে।

হঙ্গাৰি প্ৰজাবিলাকক দমন কৰিবলৈ অস্ত্রিয়াৰ ৰজাই ৫০,০০০ সেনাক পঠালত হঙ্গাৰিৰ ৯০,০০০ মানুহ ওলাই ২ এপ্রিলত জুধ কৰি অস্ত্রিয়াৰ ১৬ বৰ টোপ, আৰু ১২০০ বন্দিয়াৰ নিলে। পাচে ৬ তাৰিখত গোদোলো নগৰত আকও জুধ কৰি দেস্মিনস্কি নামে হঙ্গাৰি সেনাপতি বৰ টোপ ২৬ টা কাঢ়ি নিলে, আৰু ৩২০০ বন্দিয়াৰ ধৰিলে। তেঁওৰ হানি ২০০০ মানুহ; অস্ত্রিয়াৰ হানি মৰা আৰু খুন হোৱা ৬০০০।

অস্ত্রিয়াৰ ৰজাক উপকাৰ কৰি হঙ্গাৰি লোক আৰু তেঁওৰ আন আন প্ৰজাবিলাকক দমন কৰিবলৈ কচিয়া ৰজাই অস্ত্রিয়া দেসলৈ ১,৫০,০০০ সেনা পঠাইছে।

১৫ মাৰ্চত ফ্ৰাঙ্কফৰ্ত নগৰৰ আৰ্চডিউক জন নামে জৰ্মানি দেসাধিকাৰে ৰাজ মেলৰ আগত আপোনাৰ ৰাৱ এৰি দিলে; পাচে ২৮ তাৰিখত ৰাজ মেলুআইবিলাকে প্ৰুচিয়াৰ ৰজাক দেসাধিকাৰ ৰাবলৈ নিজোজন কৰিলে; কিন্তু সেই ৰাৱ দিবলৈ মন্ত্রি পঠালত ৰজাই তাক লবলৈ অসমন্থ হল। আৰু ফ্ৰাঙ্কফৰ্তৰ ৰাজ মেলে সৈতে আলচ ন কৰি তাৰ ওচৰলৈ ৪০,০০০ সেনাক পঠাইছে; প্ৰজাই সৈতে ৰন কৰিব বুলি সংসই কৰিছে।

আমেৰিকাৰ মিল দেসৰ নুঅৰ্লিঞ্চ নগৰত মাউৰ হৈ ৫০।৮০ মান মানুহ নিতৌ মৰিছিল, আৰু কোনো কোনো জাহাজৰ মানুহ মাউৰ হৈ মৰাৰ কাৰনে, জাহাজেই জাৰ নোৱাৰি আটকি ৰল। চিন্চিনাত্তি আৰু আন আন ঠাইতো অনেক মানুহ মৰল। টেকচাচৰ সেনাবিলাকৰ মাজত মাউৰ হৈ বহুত হানি হল।

নাপলি দেসৰ বিচুবিয়চ পৰ্বতৰ পৰা সদাই জুই ধুঁৱা ওলাই থাকে; এবচৰ দুবচৰ মানত লাৱা, অৰ্থাত জুইৰ তাপেৰে পমি জোৱা বস্তু সবহকৈ ওলাই, পৰ্বতৰ দাঁতিত থকা গাঁওবোৰো কেতিয়াবা নষ্ট কৰে। ১২ জানোৱাৰিত সেই পৰ্বতৰে এমুৰ কাটিল, আৰু ভিতৰৰ পৰা জোল ওলাৱ বুলি ওচৰত থকা মানুহ তাৰ পৰা আঁতৰি গল।

কলিকতাত মেগৰ চাহাবে পুনৰাই দুবাৰ বলুনত উঠিবলৈ ধৰিছিল তথাপি এস চকুৰি হাততকৈ ওখলৈ উঠিব নোৱাৰিলে। আৰু এবাৰ উঠোঁতে বলুনে ঘৰত খুন্দা খাই তললৈ পৰিল, তাতে কোনো পত্ৰত লিখিছে বোলে, মেগৰ চাহাবে বৰ দুখ পালে, কোনোত লিখিছে হাত কি ভৰি এটা ভাগিল। সেই চাহাবে ফ্ৰান্স দেসত ৰাৰ চাৰেক বলুনত উঠিছিলে বোলে, কিন্তু তাতে পাত কাপৰৰে বলুন সাজিছিল, আৰু গাচ, অৰ্থাত এবিধ পাতল বায়ুৰে তাক ভৰাই দেখি তালৈকৈ উঠিব পাৰিছিল; কিন্তু সুনিচোঁ কলিকতাত সি কপাহি কাপৰেৰে বলুন সাজিছিলে, আৰু তাত ভৰাবলৈ সেই ৰকমৰ গাচ নে পালে।

মান দেসৰ দখিন ফালে থকা স্যাম দেসৰ মহা ৰজাৰ দদায়েকে ৰজাৰ অহিতে সিংহাসনত উঠি ৰজা হম বোলাত, ৰাজ আগ্যাই সেই দেসৰ দস্তুৰেৰে তাৰ গোটেইটো গাৰ হাৰবোৰ টাঙ্গোনেৰে মৰিয়াই গুৰিকৈ ভাঙ্গিলে।

আমেৰিকাৰ ফিলাদেলফিয়া নগৰৈল জাহাজে দি অহা জোআ কৰা মানুহবিলাকে ইশ্বৰক সেৱা কৰিবৰৈল পানিৰ ওপৰত ওপঙ্গি থকাকৈ এটা গির্জা ঘৰ সাজিলে। সেই মন্দিৰটো ৮৫ ফুট দিঘল, ৩২ ফুট বহল, ৭০ ফুট ওখ। আৰু ২০০০ দু হেজাৰ মুনিয়া দুখন নাও সকতকৈ মাৰ বান্ধি, তাৰ ওপৰতে পেঁচ লগা বৰ বৰ লোৰ খুঁটিবোৰেৰে সৈতে মন্দিৰ বান্ধিচ। আৰু মন্দিৰৰ বাহিৰে চাৰিও ফালে ঘুৰি ফুৰিব পৰাকৈ ৮ ফুট মান বহল পাট পাৰি দিয়া বাট আচে, তাৰ কাসৰত মানুহ পৰাৰ ভয়েৰে সকত চিলিঙ্গি দিচে। সেই মন্দিৰৰ নকচা তলত লিখা আচে।

আপোন দেস এৰি আমেৰিকা মিল দেসত নিবাস কৰিবৰ নিমিত্তে আয়ৰলণ্ড, আৰু জর্মানিৰ পৰা ৩,০০,০০০ তিনি লাখ মান মানুহ আহি ১৮৪৮ বচৰত নুয়র্ক নগৰ পালেহি

কর্থ নামেৰে এখন ডাঙ্গৰ ডাপ জাহাজ ইংলণ্ডৰ পৰা বের্মোদা উপদিপলৈ জাঁওতে ১৩ জানুআৰিত এটা বৰ সিলত খুন্দা খাই ভাগিল। কিন্তু জাহাজত জোআ সকলো মানুহবোৰ ৩।৪ খন নাৱত উঠি এটা সৰু মাজুলিলৈ গৈ ৰখা পৰিল। পাচে আন এখন জাহাজ সেই বাটে দি জাঁওতে সিইতক দেখি তুলি নিলে। সেই জাহাজ নষ্ট হোআ সময়ত ৬,০০,০০০ চই লাখ মান মুল্য হব, কিন্তু তাৰ সাজোঁতে তাতকৈ অধিক খৰচ হৈচিল।

ইংলণ্ডৰ পেঞ্জেলি গাঁৱত ৬ বচৰিয়া এটা কুমাৰৰ লৰাই কাঠ ভৰাই অনা এখন গাঁৰিৰ ওচৰৈল জাঁওতে কেনেবাকৈ জুঁটি খাই পৰিল, তাতে গাঁৰিৰ ঘিলাই তাৰ মুৰৰ ওপৰে দি বাগৰি জোআত ডোখৰ ডোখৰকৈ চিঙ্গি চেপি একে বেলিএ মাৰিলে।



ıg Church for Philadelphia.

ইংলণ্ডত অতি সুন্দৰকৈ গিত গাৰ জনা জেনি লিণ্ড নামেৰে এজনি মেম চাহাবে হস্পিটাল, ইস্কুল প্ৰভিতিলৈ চান্দা কাৰ কপ দিবৰ আসয়েৰে এঠাইত দু ৰাতি গিত গালে; তাকে সুনিবলৈ অহা মানুহবিলাকৰ পৰা ১৮৬০০ মান কপ পালে। আৰু ৩ বচৰৰ ভিতৰতেও সেই কপে ঠায়ে ঠায়ে চান্দা কৰি ১,২০,০০০ মান দিলে।



## ঘোঁৰাৰ বিবৰন ।

সকলো চাৰি ঠেঙ্গিয়া জন্তুতকৈ ঘোঁৰা অতি সুন্দৰ; আৰু কুকুৰ হাতি এই দুইৰ বাহিৰে আন আন পহুতকৈ তাৰ গিযান চেনেহো অধিক: তাক মৰমেৰে ভালকৈ প্ৰতিপাল কৰিলে সিও জানি, তাৰ উপকাৰ কৰে। সকলো পোহনিয়া জন্তুতকৈ ঘোঁৰা বেগি; সি মানুহৰ সদাই পথত আৰু ৰনত আৰু খেতিৰ কৰমত অতি উপকাৰ কৰে। আৰু সি মৰিলেও চাল খন সজা পৰা অনেক ৰকমে সদাই লাগে। আৰু কোনো দেসৰ মানুহবিলাকে ঘোঁৰাৰ মঙ্গহ অতি সুন্দৰ বুলি খাই।

এনে প্ৰধান জন্তুৰ নিজ গুন জানিব লাগিলে, ঘোঁৰা সালত বা চৰোআ পথাৰতে জানিব নোআৰি, কিন্তু জি হাবিত বা পথাৰতেই উপজিল, আৰু জি ঠাইত মানুহৰ অধিন নো হোআকৈ সুখেৰে থাকে, সেই ঠাইতহে তাৰ গুন অতি সুন্দৰকৈ জানিব পাৰি।

কেতিয়াবা বনৰিয়া ঘোঁৰা পাঁচ স চস মান একোজাক হৈ চৰি থাকে, তথাপি কোনো জন্তুএৰে হিংসা হিংসি ন কৰে; আৰু জদি ঘোঁৰাবোৰ সোৱে নাইবা অসাৱধানে থাকে তেতিয়া তাতে এটাই চাৰিও ফালে চাই থাকে, তাতে কোনো মানুহ জানৱ দেখিলে সি হেক হেকাই দিএ, তাতে আটাইবোৰ অতি বেগে লৰ মাৰে। সেইবোৰ দেসৰ পথাৰবোৰত সদাই বন থাকে দেখি ঘোঁৰাবোৰ আপোন ইচাৰ দৰে চৰি ফুৰি উমলি থাকে।

আফ্ৰিকা, আমেৰিকা আৰু আন দেসবিলাকত

ৰনৱিয়া ঘোঁৰা পাই, কিন্তু প্ৰাই সকলো দেসত প্ৰতিপাল কৰা ভাল স্বভাৱেৰে উত্তম ঘোঁৰা পোআ জাই; তথাপি সকলো ঠাইতকৈ আৰব দেসত অতি উত্তম ঘোঁৰা ওপজে, সেই ঠাইৰ ঘোঁৰাবোৰ দুষ্ট ন হই আৰু বৰ বেগি, অতিসই স্ৰমি। কিন্তু সৰহকৈ জাক পাতিহে নে থাকে, আৰু সেই দেসৰ মানুহে বহু জতন কৰি ধৰে; সেই ঘোঁৰাবোৰ অতি সুন্দৰ হই, তথাপি পোহনিয়াবোৰৰ নিচিনা ডাঙ্গৰ ন হই। সিইঁত অতিসই বেগি, আৰু ৰৰনটো কপিলা, কান্দ চুটি, আৰু তিঙ্গিৰ জবোৰ কলা। সিইঁতক ধৰিবলৈ ৰালিত কান্দ পাতি থই, তাতে ঘোঁৰাবোৰ লাগে, পাচে ৰাখি থৈ অলপ দিন সিকালেই জাতি হই।

আফ্ৰিকাত উঠ নামে এবিধ অতি ডাঙ্গৰ চৰাই আছে, সেই চৰাইৰ দেউকা নিচেই সৰু, সেই নিমিত্তে উৰি জাব নোআৰে, কিন্তু অতি বেগে লৰ মাৰিব পাৰে, আৰু অকল ঘোঁৰাইহে তাৰ বেগত সমান হই, আৰু তাৰে উঠ চৰাইক খেদি ফুৰে; জি ঘোঁৰাৰে খেদি ধৰিব পাৰে, সেই ঘোঁৰাৰ দৰ অধিক হই, কেতিয়াবা ২০০০ মান টকা পাই।

আৰবিয়া লোকে প্ৰাই ঘূৰিবেহে সদাই ফুৰে, কিয়নো ঘোঁৰাতকৈ ঘূৰিএ দুখ, স্ৰম, ভোক, পিয়াহ অধিক সহিব পাৰে, আৰু একো দুষ্টালি ন কৰাকৈ ওৰে দিনটো নম্ৰ মতে থাকে, ইয়াকে সিইঁতে অনেক পৰিখাৰে চাই বুজিলে। কিন্তু তুৰুকবিলাকে কেৱল মতা ঘোঁৰাতহে বৰ আস্তিক কৰে, সেই কাৰনে আৰবিবিলাকে জি ঘোঁৰাক খাহি ন কৰি আগৈল পোআলি হবৰ নিমিত্তে সাঁৰ ভতৰাৰ নিচিনা বহু জতনেৰে প্ৰতিপাল কৰি একো কাম ন কৰোআকৈ ঘৰত ৰাখি থই, সেইবোৰত ৰাজে আন সকলোবোৰ তুৰুকবিলাকত বেচে। সিইঁতে বহু কালৰ আগৰে পৰা ঘোঁৰাৰ বংসাৱলি ৰাখি থই তাতে ঘোঁৰা উতপত্তি বুজ পাই; এই নিমিত্তে সিইঁতে ঘোঁৰাবোৰক তিনি জাতৰ তিনি ভাগ কৰি ৰাখি প্ৰতি ভাগৰ বেলেগ বেলেগ নাম দি থৈছে; প্ৰথম ভাগ পুৰাতনিয়া আৰু প্ৰধান, আৰু কোনো কালেও মতা বা মাইকি আন ঘোঁৰাৰ বা ঘূৰিৰ লগত সংলগ হৈ বিজতুআ ন হই; দুতিয় জাতিও পুৰাতনিয়া তথাপি বিজতুআ; ত্ৰিতিয় জাতি হলে নিচেই সামান্য, এই কাৰন সেইবোৰক অলপ দৰতে বেচে। আৰু প্ৰথম জাতি ঘোঁৰাৰ লগতো দুতিয় জাতিৰ কোনো উত্তম ঘোঁৰাক সমান দৰতে বহু ধনলৈ বেচে। সিইঁতে বহু কালৰে পৰা পৰিখা কৰাৰ হেতুকে ঘোঁৰাক দেখিলেই তাৰ গাৰ চিন, ৰৰন চাই, কি জাত, কি নাম হই তাক কব পাৰে। জেতিয়া সিইঁতৰ প্ৰথম জাতিৰ সাঁৰ নে থাকে, তেতিয়া গাঁৱৰে সাঁৰ এটাক অলপ ধন দি আনি ঘূৰিৰ লগত কিছু কাল ৰাখি থই, পাচে সেই সাঁৰৰ আৰু আপোন ঘূৰিৰো নাম, জাত লিখি ৰাখে। জেতিয়া ঘূৰিৰ পোআলি জগে, তেতিয়া আন মানুহক দেখাই সাখি কৰে, আৰু পোআলিৰ গাতে কোনো চিন ৰাখে, আৰু তাৰ ওপজা বাৰ, দিন, লিখি থই। পাচে জি লোকে ঘোঁৰা কিনিবলৈ আহে, তাক সেই চিন দেখাই আৰু সাখি কৰি লিখা পত্ৰকো দিএ, তাতে ঘোঁৰাৰ দাম সৰহ হই। আৰু সেই জাতিৰ সামান্য ঘূৰিবোৰতো ১২০০।২৫০০ টকা মানত বেচে; আৰু কোনো উত্তম ঘূৰিবোৰত কেতিয়াবা ১৪,০০০ বা ১৫,০০০ টকা দৰ হই।

আৰবিবিলাকে ঘোঁৰাক এনেহে সিকাই জে অতি বেগে জোআতো টিপা মাৰিলেই খোজতে ৰই। আৰু ভৰিত কাঁইট নো হোআকৈ অলপ গোৰোহনি মাৰিএই অতি বেগে চলাই; আৰু এনেহে আগ্যাৰ বস হই জে এভাল চেকনিৰেই জলৈকে ইচা তালৈকে লৈ জাই। সিইঁতৰ ঐশ্বৰ্জ বিভুতি কেৱল ঘোঁৰাইহে। আৰব দেসৰ লোকে ঘোঁৰাক পুত্ৰ সমান চেনেহ কৰে, আৰু লৰাতিৰোতা আদি কৰি সকলোবোৰ একে লগে একে কোঁঠালিতে থাকে, আৰু জেতিয়া সৰু লৰা চোআলিবোৰে ঘূৰিৰ ডিঙ্গিত বা গাত উঠি সোএ তেতিয়া লৰাইঁ কেনেবাকৈ দুখ পাই বুলি আপোনাৰ গা লৰাবলৈকে ভই কৰে। সেই দেসৰ লোকে সিইঁতৰ ঘোঁৰাক কেতিয়াও নো কোবাই কিন্তু অতি মৰম কৰে, আৰু মানুহক কোআৰ দৰে ঘোঁৰাৰ আগত কথাহে কই। সেই গোটেই

দেশ ধনত আপোনাৰ অধিকাৰ কৰোঁৱাত জাৰ ঘুনি ওৰে দিনটো ঘোঁৰাক দজাই দুআৰ মুখতে বান্ধি থই, আৰু দিনত যাঁহকো খাব নি দিএ।

বাৰেবি দেশত এজাত সুন্দৰ ঘোঁৰা উত্তপন হই, সেইবোৰৰ নাম বাৰ্ব বোলে, সিইতৰ খুৰা টান, আৰু আন কৰমতকৈ চেঁকুৰ মেলোঁআত অতি ভাল; কোনোএ বোলে, সেই ঘোঁৰা ঘুৰাই ন হই কিয়নো মৰনলৈকে তাৰ শক্তি থাকে। আৰৱ দেশৰ ঘোঁৰা বাৰেবি দেশৰ ঘোঁৰাৰ সমান চিকন ন হই, কোনোএ কই সমান; আৰৱ দেশৰ বনৰিয়া ঘোঁৰাবোৰ বনলৈ অতি চিকন।

ভাৰত বৰ্ষৰ ঘোঁৰাবিলাকবো এক ৰূপ, সিইত খিন আৰু গাটো নিৰ্ম্মল। বৰ মানুহবিলাকে জিবোৰ ঘোঁৰাত উঠে, সেইবিলাক পাৰ্চি আৰু আৰৱ দেশৰ পৰা অনাই, কিন্তু ভাৰত বৰ্ষত ওপজাবোৰ ঘোঁৰা সৰু আৰু দুষ্ট। এক কিতাপত লিখিচে বোলে, গ্রেইহাউণ্ড নামে এবিধ কুকুৰতকৈ অলপমান ডাঙ্গৰ এটা ঘোঁৰাত মগল ৰজাৰ সাত আঠ বচৰিয়া পুতেক উঠি ফুৰিবলৈ দস্তুৰ আচিল সেই দেশৰ এনে এটা ঘোঁৰা ইংলণ্ডৰ মহা ৰানিলৈ ভেঁটি দিবলৈ নিচিল; সেই ঘোঁৰা ওখই দুই হাত আচিল।

ভাৰত বৰ্ষৰ জিবিলাক উত্তমকৈ ঘোঁৰা চলাব পৰা বৰ মানুহ সেইবিলাকৰ এই এটা অতি চিকন অভ্যাস আচে; সিবিলাকে ঘোঁৰাত উঠি বৰকৈলৰি জাঁওতেই বৰচা এডাল পেলাই সি মাটিত নৌ পৰোঁতেই আকও ধৰে। আৰু এবিধ খেমালি কৰে, জে সিবিলাকে ঘোঁৰাত উঠি বৰকৈ চুটি মেলাই জাঁওতেই টাঙ্গেৰে গুটি মাৰে, পাচে গুটি মাটিত নৌ পৰোঁতেই আকও ওপৰতে মাৰেগৈ, এই ৰূপে মাটিত গুটি ন পৰাকৈএ আদ ক্রোচ মান বাটলৈকে কোনো বেলি সোঁ ফালে কোনো বেলি বাঁও ফালে অতি বৰ বেগে সেই গুটি মাৰি মাৰি জাই।

গুড হোপৰ ঘোঁৰা সৰু; আদিতে পাৰ্চি দেশৰ পৰা আনিলে। চিন দেশৰ ঘোঁৰা ভাল, তথাপি চাপৰ। আৰু তাৰ ঘোঁৰা সাহিয়াল, সিংহ, বাঘলৈকো ভই ন কৰে।

ইস্পানিয়া দেশৰ ঘোঁৰাবিলাক পুৰ, অতি চিকন গুনৱন্ত; সিইতৰ চকু বৰ উত্তম আৰু মুৰ তৰিও সুন্দৰ, তাক অলপতে জাতি বস কৰিব পাৰি। জদি অতনকৈ সিকাই চুটি মেলোঁআতো অতি উত্তম হই; কিন্তু সেই দেশত সিইত জেনে ভালে থাকে, উত্তৰ ফালে তেনে ভালে নে থাকে। তুৰুকবিলাকৰ ঘোঁৰাবোৰৰ বেলেগ আকৃতি, আৰু মুখবোৰ দেখিবলৈ কুচিত, তথাপি বৰ বেগি। ডাঙ্গৰ আৰু বলি। সেই দেশৰ ঘোঁৰাৰ আন আন বৰন আচে, কিন্তু বগা বৰন অধিক।

নিদৰলাণ্ড দেশৰ ঘোঁৰাতকৈ জৰ্ম্মানি দেশৰ ঘোঁৰা অতি ভাল। সিইতক জৰ্ম্মানিবিলাকে খাঁসি টনাই হই, তথাপি সেনাবিলাকৰ নিমিত্তে বৰ তোপ সৰহকৈ টনাই। সিইত বৰ ডাঙ্গৰ ন হই গাটো উত্তম, তৰিৰ তল নিচেই কোমল। হঙ্গাৰি দেশৰ ঘোঁৰাবোৰ গাঁৰি টনাবলৈ উঠিবলৈ বৰ চিকন, আৰু বেগি। সিইত বৰ হই গাটো অতি সুন্দৰ জোখাৰ, আৰু সকলো বৰনিয়া।

দেন্মাৰ্ক দেশৰ ঘোঁৰাবোৰ খবুতকিয়া, মুৰটো চুটি, উত্তম, জবোৰো চুটি। পোলণ্ড দেশৰ ঘোঁৰাবিলাক দেন্মাৰ্ক দেশৰ ঘোঁৰাৰ দৰেই হই, কিন্তু সিইতৰ কঁপালৰ গৰ্হটো ভাল ন হই, বৰ খঙ্গাল। চুইচ দেশৰ ঘোঁৰাবিলাক প্রাই জৰ্ম্মানি দেশৰ নিচিনা, জৰ্ম্মানি দেশৰ মানুহবিলাকে সেই দেশৰ ঘোঁৰা অনেক কিনি আনে। পিডমণ্ড দেশৰ ঘোঁৰাবোৰ খঙ্গাল আৰু নজলিয়া ৰূপ, সিইতৰ সকলো বৰনিয়া আচে, তৰি, চকু, অতি চিকন, কান সৰু, মুখ ভাল, কিন্তু সিইতে ভালকৈ মুখ ন বলাই।

নাপলি আৰু ইটালি দেশৰ ঘোঁৰাবোৰ প্রাই কুচিত আৰু খিনো, সৰহ বাটলৈ জাবহে নোআৰে; কিন্তু সিইতৰ গা পাতলৰ কাৰনে চুটি মেলাবলৈ বৰ চিকন, ইটালি আৰু নাপলি দেশতকৈ বৰ জাৰ ঠাইত সি ভালে থাকিব নোআৰে।

ইংলণ্ডৰ গাঁৰি টনা ঘোঁৰা ডাঙ্গৰ আৰু বলি; বনুআ ঘোঁৰা বৰ বলি আৰু চোকাও, সেইবোৰৰ নিচিনা আন কোনো দেশৰ ঘোঁৰা নাই। লণ্ডন নগৰত এটা ঘোঁৰাই ৭৫ মোন বস্তু টানি নিচিল, সেই নগৰৰ উত্তৰ ফালে বস্তু কঁহিয়োআ

কেতবোৰ ঘোঁৰা আচে, সিইত আটায়ে ও মোনতকৈ অধিক বল্ল ভাৰ বৈ নিএ, কিন্তু ইংলণ্ডৰ সকলো ঘোঁৰাতকৈ কন চলোৱা ঘোঁৰাৰ সক্তিৰ আচৰিত প্ৰমান পোৱা গৈচে, কিয়নো কেতবোৰ ঘোৰাই এবাৰ মোন দহ সেৰতকৈ অধিক সহহ বোজা লৈ জোৱা দেখা হৈছে।

ইংলণ্ডত চাইলডৰ্চ নামেৰে এটা ঘোঁৰা অতি আচৰিত বেগি আছিল, সি এক নিমিসৰ ভিতৰত ৮২।। ফুট নাইবা এক মিনিটত প্ৰাই আদ ক্ৰোচ জাই আৰু সেই ঘোঁৰাটে নিউমাৰ্কেট ফুৰি দুই ক্ৰোচৰ প্ৰাই আঠ স হাতহে কম বাট চই মিনিট দু কুৰি নিমিসত গৈছিল, প্ৰাই সকলোএ কই যে প্ৰিথিবিৰ মাজত এই ঘোঁৰা সকলোতকৈ বেগি আছিল; নিউমাৰ্কেটত সি অনেক বাৰ তেতিয়া আন আন উত্তম ঘোঁৰাবে সৈতে বাজি কৰি লৰ মৰোআত তাক কোনেও জিকিব নোআৰিলে। সিয়েইহে বেলিএ বেলিএ মুঠে কুৰি জেহাৰ ৰুপ জিকিলে সেই ঘোঁৰাৰ পাচে সকলোতে খিয়াতি হোআ ইক্লিপচ নামেৰে এটা ঘোঁৰা উপজি সিয়ো অনেক টকা পাইছিল। মাৰ্কুইচ নামেৰে আন এটা ঘোঁৰাই সাত বাৰ আৰি বাজি মেলোআত প্ৰায়ে ৬০ তিনি কুৰি হেজাৰ টকা জিকিলে, ঘোঁৰাৰ পোআলি এটাকৈ ওপজে, আৰু সি প্ৰাই ২৫ বা ৩০ বচৰ মান জিয়াই থাকে।

গুনৰ আধাৰ প্ৰভু সৰ্বসক্তিমান
সৃজিয়া দিলন্ত ঘোঁৰা নৰৰ নিদান,
অল্প কৰি তাৰ গুন কহিলোঁ বুজাই,
আৰু আচে নানা ৰুপে কহন নেজাই।



Almanac for July, 1849.

## জুলাই, অৰ্থাত সাওন, ১৮৪৯।

| বাৰ | জুলাই | আহাৰ | সুৰ্য্যোদয় | সুৰ্য্যৰ মধ্যান্ন | সুৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ অস্ত |
|---|---|---|---|---|---|---|---|---|
| দেও | ১ | ১৮ | ৫।১৩ | ১২।৩ | ৬।৫৩ | ১১ | ১৬ | ২১।২৭ |
| সো | ২ | ১৯ | ৫।১৩ | ১২।৩ | ৬।৫৩ | ১২ | ১৭ | ২২।১৩ |
| ম | ৩ | ২০ | ৫।১৩ | ১২।৪ | ৬।৫৩ | ১৩ | ১৮ | ২৩।০ |
| ব | ৪ | ২১ | ৫।১৪ | ১২।৪ | ৬।৫৩ | ১৪ | ১৯ | ২৩।৯৪ |
| বি | ৫ | ২২ | ৫।১৪ | ১২।৪ | ৬।৫৩ | ১৫ | ২০ | পুআ |
| সু | ৬ | ২৩ | ৫।১৫ | ১২।৪ | ৬।৫৩ | ১৬ | ২১ | ০।৩৭ |
| স | ৭ | ২৪ | ৫।১৫ | ১২।৪ | ৬।৫৩ | ১৭ | ২১ | ১।২৫ |
| দেও | ৮ | ২৫ | ৫।১৬ | ১২।৫ | ৬।৫৩ | ১৮ | ২২ | ২।১৩ |
| সো | ৯ | ২৬ | ৫।১৬ | ১২।৫ | ৬।৫৩ | ১৯ | ২৩ | ২।৫৯ |
| ম | ১০ | ২৭ | ৫।১৬ | ১২।৫ | ৬।৫৩ | ২০ | ২৪ | ৩।৪৬ |
| ব | ১১ | ২৮ | ৫।১৭ | ১২।৫ | ৬।৫৩ | ২১ | ২৫ | ৪।৩৩ |
| বি | ১২ | ২৯ | ৫।১৭ | ১২।৫ | ৬।৫৩ | ২২ | ২৬ | ৫।২১ |
| সু | ১৩ | ৩০ | ৫।১৮ | ১২।৫ | ৬।৫২ | ২৩ | ২৭ | ৬।৯ |
| স | ১৪ | ৩১ | ৫।১৮ | ১২।৫ | ৬।৫২ | ২৪ | ১ | ৭।০ |
| দেও | ১৫ | সাওন | ৫।১৯ | ১২।৫ | ৬।৫২ | ২৫ | ২ | ৭।৫৪ |
| সো | ১৬ | ২ | ৫।২০ | ১২।৬ | ৬।৫২ | ২৬ | ৩ | ৮।৫১ |
| ম | ১৭ | ৩ | ৫।২০ | ১২।৬ | ৬।৫১ | ২৭ | ৪ | ৯।৫২ |
| ব | ১৮ | ৪ | ৫।২১ | ১২।৬ | ৬।৫১ | ২৮ | ৬ | ১০।৪৫ |
| বি | ১৯ | ৫ | ৫।২১ | ১২।৬ | ৬।৫০ | ২৯ | ৭ | ১১।৫৬ |
| সু | ২০ | ৬ | ৫।২২ | ১২।৬ | ৬।৫০ | ১ | ৮ | ১২।৫৬ |
| স | ২১ | ৭ | ৫।২২ | ১২।৬ | ৬।৫০ | ২ | ৯ | ১৩।৫৩ |
| দেও | ২২ | ৮ | ৫।২৩ | ১২।৬ | ৬।৪৯ | ৩ | ১০ | ১৪।৪৬ |
| সো | ২৩ | ৯ | ৫।২৩ | ১২।৬ | ৬।৪৯ | ৪ | ১১ | ১৫।৩৬ |
| ম | ২৪ | ১০ | ৫।২৪ | ১২।৬ | ৬।৪৮ | ৫ | ১২ | ১৬।২৩ |
| ব | ২৫ | ১১ | ৫।২৪ | ১২।৬ | ৬।৪৮ | ৬ | ১৩ | ১৭।৮ |
| বি | ২৬ | ১২ | ৫।২৫ | ১২।৬ | ৬।৪৭ | ৭ | ১৪ | ১৭।৫৪ |
| সু | ২৭ | ১৩ | ৫।২৫ | ১২।৬ | ৬।৪৬ | ৮ | ১৫ | ১৮।৩৮ |
| স | ২৮ | ১৪ | ৫।[illegible] | ১২।৬ | ৬।৪৬ | ৯ | ১৬ | ১৯।২৩ |
| দেও | ২৯ | ১৫ | ৫।২৬ | ১২।৬ | ৬।৪৫ | ১০ | ১৭ | ২০।৯ |
| সো | ৩০ | ১৬ | ৫।২৭ | ১২।৬ | ৬।৪৫ | ১১ | ১৮ | ২০।৫৬ |
| ম | ৩১ | ১৭ | ৫।২৮ | ১২।৬ | ৬।৪৪ | ১২ | ১৮ | ২১।৪৩ |

পুৰ্নিমা ৫ দিনৰ ৮।৪৬ ভাটি।

আমাবাস্যা ২০ দিনৰ ৩।৩৩ পুআ।

এই অৰুনোদই পত্ৰ মোং সিবসাগৰৰ আমেৰিকান বাপ্তিস্ট মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈছে; আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১।। চ মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোঙা। মো° সিৱসাগৰ, জুলাই, ১৮৪৯ খ্রি° অ° সঁক। নম্বৰ ৭।

VOL. IV. SIBSAGOR, ASAM, JULY, 1849. No. 7.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

দিবুৰু গৰত শ্ৰীজুত কাপ্তান বেত্চ ৰৰ চাহাবে মেম চাহাবে সৈতে গাঁৱিৰে হেৱা খাবলৈ জাঁওতে কোনো এটা মানুহে গাঁৱৰ পাচ ফালে মনে মনে আহি দা উলিয়াই চাহাবক কাটিবলৈ ধৰাত আৰ্দালি বৰকান্দাজে দেখি তাক ধৰিলে; পাচে সোধ কৰিবৰ নিমিত্তে ফাটকত দি থলে।

সিৱসাগৰ জিলাৰ বজাৰত ২১ জুলাইৰ ৰাতিত জুই লাগি ৬ টা মান ঘৰ পুৰিলে।

ৰ্বত্তমান মাহৰ ২ তাৰিখে গাহৰি এটা মানুহৰ খেদাত থাকিব নোৱাৰি দিখৌনৈ পাৰ হৈ মঠাডাঙ্গ গাঁৱৰ পোনে হাবি সোমাবলৈ জাঁওতে পৰুআ নামে আহোম মানুহ এজনে ঘৰৰ পৰা ওলাই তাৰ খেতিৰ গৰু খেদিবলৈ অহাত সেইটো গাহৰিএ তাক অকলেই পাই খুন্দা মাৰি বগৰাই দুই তিনি ঠাইত কামুৰিলে; পাচে নাৱৰিয়া মানুহে দেখি খেদিলত তেহে এৰি গল, তথাপি ঘৰলৈ নিয়াত অলপ বেলি থাকি সেই মানুহ মৰিল।

২৬ জুন তাৰিখত নাও, গাঁও আৰু জাতি ন জনা আন্দাজ তিনি কুৰি বচৰ বয়সিয়া মানুহ এটা কৰবাৰ পৰা আহি গ্ৰহনিৰ বেদনাত কাতৰ হৈ সিৱসাগৰ পুখুৰিৰ গৰ খাৰৈত কি জানি পানি খাবলৈ নাইবা আন কাৰনে গৈ পুনৰাই আহিব নোৱাৰি সেই খাৰৈৰ ওচৰতে মৰি থকা দেখিলে।

৩ এপ্ৰিল তাৰিখত মানিখা ৰাতি ৮ জন নগাই ৰাটত সুই থাকোঁতে আন গাঁৱৰ ৬০ জন মান নগাই সত্ৰু ভাৱে আহি সিইঁতৰ ৫ জন মাৰি মুৰ কাটি নিলে; এটাৰ হাত ভৰিও কাটিলে॥ কোন গাঁৱৰ পৰা সেই বধ কৰোঁতাবিলাক আহিল, তাৰ প্ৰুমান ওলাল, কিন্তু জাৰ কালি ন হই মানে সেই কথাৰ সোধ পোচ হব নোৱাৰে।

মানুহক ভই কৰাবৰ নিমিত্তে কোনো টেটকুটিয়া মানুহে মিচাকৈএ এই বাত্ৰা কলে, বোট , মুল্তান লোকৰ নিমিত্তে অসম দেসৰ ২।৩ লাখ চোআলি দিব লাগে আৰু ধৰি ধৰি নি আচে, এই কথা কোজা কুই কৰাত সিৱসাগৰ বচা দৈয়াঙ্গ আদি গাঁৱৰ মানুহে অতিসই ভই খালত অচিনাকিক দেখিলে তিৰোতাবিলাক পলাই থাকে, আৰু দিবৰ নো হোআ জি জি সৰু চোআলি মিইঁতকো গিৰিএকৰ ঘৰলৈ বেগাই উলিয়াই দিলে। এই ৰুপেৰে এমাহ মান ভই হৈ থাকি মিচা জেন ক্ৰমে জানিলে।

সেই ৰুপে কোনো দুষ্ট লোকে মানুহক ভই কৰাবৰ নিমিত্তে এপ্ৰিল মাহৰ ১২ তাৰিখে গৰু বিহুৰ দিনা ৰাতি দিবুৰু গৰ আৰু এই জিলাতো মটকে ৰন কৰিব বুলি কোআত, কোনো কোনোএ ভই পাই আপোনাৰ লোটা বাটি মাটিত পুতি থৈচিল।

২৩ জুন তাৰিখে ঢোপাবৰ মৌজাৰ সাকিন বাওনাত থকা মোকামি নামে মচলমানৰ গৰুএ ৰহাইৰ কঠিয়া খাইচিল, তাকে দেখি ৰহাইৰ ভাই ৰহপুৰে কঠিয়াবোৰ খাইচে বুলি গালি পাৰিলত চন্দ্ৰি নামে মোকামিৰ তিৰোতাই কিয় গালি পাৰিচ হেন বুলি, সেই ৰহপুৰক এক চৰ মাৰিলে। সেই ৰুপে দন্দ হাইকৈ ৰাতি দহ বজাৰ সমইত মোকামি আৰু জইবুল, মেকুৰি, বক্তোআৰ আৰু বিৰধন আদি কৰি দহ জন মানুহে

হাতে পতি দাটি লৈ পুনৰাই সেই বহাইৰ ঘৰলৈ খেদি গৈ, পোনে পোনে জইবুলে চাঁচৰ মুধিস্নাৰে বহাইৰ বাঁও চকুৰ ওপৰ কঁপালত টাঙোন মাৰিলত, মুৰৰ হাৰ ভাগি বহাই মাটিত পৰিল। তাকে দেখি তাৰ মাকে কি কাৰন মোৰ পোক মাৰ বুলি হাতেৰে আগচি পুত্ৰেকক ৰাখিবৰ নিমিত্তে আগ বাঢ়িলত, মোকামিএ টাঙোন মাৰি মাকৰো সোঁ হাতৰ বুঢ়া আঙুলিৰ ওচৰত ঘা লগালে, পাচে মেকুৰিএ সেই হাতৰ কিলাকটিৰ ওপৰতে আকও টাঙোন মাৰিলত হাৰ ভাগিল।

তাৰ পাচ দিনা ৰঙ্গপুৰলৈ আনোঁতে বাটত শ্ৰীযুত ডক্তৰ লদ চাহাবে দেখি সিৰসাগৰলৈ নিলে। বাটতে মৰিব হেন ভাবি নাজিৰাৰ হস্পিটাললৈ নিবৰ হুকুম দিলে, পাচে সেই ৰূপে নাজিৰাৰ শ্ৰীযুত ডক্তৰ বেৰ চাহাবৰ আগ কৰিলত চাহাবে দৰৱ আতি দিলে, তথাপি দহ জুলাইৰ ৰাতি সেই ঘাৰ দুখে মুৰৰ মগজু গেলি ঘিউ বাহিৰ ওলোআত ডক্তৰ চাহাবে পটি লগাই সেই ঘা বন্ধ কৰাত মুখে দি ঘিউ ওলাই সেই ৰাতিএই বহাই মৰিল।

পাচ দিনা ডক্তৰ বেৰ চাহাবৰ হুকুমে সেই মৰা জনক পুতি থৈ, থানাত খবৰ দিলত ৪ দিনৰ পাচে পুলিচৰ আমোলালোকে সেই মৰা জনক উলিয়াই সি কি দুখে মৰিল, কি হৈছিল, তাৰ বিচাৰ কৰে, কিন্তু বিচাৰ পতিএ সেই কথাৰ নিমিত্তে ডক্তৰ চাহাবক জিগ্যাসা কৰাত ডক্তৰ চাহাবে ভালকৈ চাবৰ নিমিত্তে দহ দিনৰ পাচে সেই মৰা মানুহ জনক আকও ৰঙ্গপুৰলৈ আনি সোধ পোচ কৰিলে।

বিক্তৰিয়া নামে এখান জাহাজ ৭ জুন তাৰিখত মলমাইন নগৰ এৰি গল। পাচে ১৮ তাৰিখত তাৰৱিয়া বতাহ হোআত তিন দিনলৈকে বাটৰ নিৰিখ কৰিব নোআৰিলে। সেই ৰূপে গৈ গৈ ২১ জুনৰ মানিখা ৰাতি মস্তুলৰ ওপৰত থকা মানুহে বাম জেন দেখি বিজিয়াই কলে; তাতে কাপ্তানে জাহাজ ঘূৰাবলৈ উপাই কৰোঁতেই জাহাজ বেগেৰে বালি চটত লাগি বল, আৰু চৌৰ আফালত খেকেচি ভাগিলত পানি সোমাই সোমাই গল। ৰাতি পুআ জাহাজ নষ্ট হবৰ দেখি জাহাজৰ নাও পেলাই উঠি বামলৈ গল; কিন্তু সেই নাও লুটি খালত ৪ টা মানুহ মৰিল, ইবোৰ ৰখ্যা পৰিল।

১৯ মেই মাহত শ্ৰীমতি মহা ৰানিৰ জনমৰ উত্চৱত মহা ৰানিএ গাঁৰিএ লৈতে জাঁওতে হেমিলতন নামে এজন আইৰিস্য মানুহে ওচৰলৈ আহি সক হিলৈ এটা উলিয়াই মহা ৰানিৰ কালৈ তাক মাৰিলে, তেঁওৰ গাত গুলি নে লাগিল। পাচে সেই মানুহ ধৰা পৰি সোধৰ নিমিত্তে কইদত থোঁআ হল।

অসম দেসৰ পৰা সি বচৰত জোআ শ্ৰীযুত কাপ্তান জেমচ টি গৰ্দন চাহাব প্ৰিঞ্চিপাল আচিস্তন্ত কমিসানৰ ১২ মেই তাৰিখত ইংলণ্ডৰ হেমস্তেদ নগৰত মিত্যু হল। তেঁওৰ বয়স ৪২ বচৰ।

ৰুচিয়া, প্ৰুচিয়া, অস্ত্ৰিয়া, তুৰুকি, এই চাৰি দেসৰ ৰজাবিলাকৰ একে আলচ হৈ ইউৰপৰ প্ৰজাবিলাকক দমন কৰিবলৈ কথা বান্ধি নিৰ্বন্ধ কৰিলে। সেই কথা ৰখ্যা কৰাৰ কাৰনে ৰুচিয়া ৰজাই ২৬ এপ্ৰিলত প্ৰুসঙ্গৰ ইস্তাহাৰ কৰি কৈচে, ইশ্বৰৰ নামে আমি সকলো সত্ৰুএ লৈতে জুধ কৰিবলৈ জাঁও, ইয়াকে বুলি অনেক ফৌজ গোটাই পঠাইচে। প্ৰুশ্চিৰ ৰাজ মেলে তাকে সুনি নিবাৰন কৰিবৰ নিমিত্তে অস্ত্ৰ সস্ত্ৰ সেনা আদি কৰি জুগুতে ৰাখিবলৈ দেসাধিকাৰক নিবেদন কৰিচে।

হঙ্গাৰিৰ ৰাজ মেলে অস্ত্ৰিয়াৰ বস ন হঁও বুলি ২৯ এপ্ৰিলত স্বতন্ত্ৰ ৰাজ্য পাতি কচত নামে এজনক দেসাধিকাৰ ৰাব দিলে।

বেম নামে এজন সেনাপতিএ হঙ্গাৰি সেনাই লৈতে ৰথহুম পৰ্বতত ৰুচিয়া সেনাবোৰক লগ পাই জুধ কৰি জিনিলে। ৰুচিয়াৰ হানি ৮০০০।

ফ্ৰাঙ্কফৰ্ত নগৰৰ পৰা ১৭ মেই তাৰিখত লিখা এখন পত্ৰত কৈচে, ৯০,০০০ সেনাই লৈতে দেম্বিঞ্চি সেনাপতিএ ৰুচিয়াৰ সৈন্য এভাগ পাই আক্ৰমন কৰি জিনি সিইতক ক্ৰাকৌ নগৰলৈ খেদালে। অস্ত্ৰিয়াৰ ৰাদেত্স্কি সেনাপতিএ ইতালি দেসৰ ৰলৌন আৰু লেঘৰ্ন, এই দুই নগৰক জুধ কৰি ললে।



কিতাপ চাপা জন্ত্ৰৰ নকচা।

ইংলণ্ড দেসত বেল পাত্তিবলৈ ব্ৰেইহেভ ঠেক ঠাই নাটিলে দেখি ৫ মোন খাৰ গৰাৰ ভিতৰ সুমুআই জুই লগাই ফুটিলত, বৰ সৰাদেৰে গৰা খহি সাগৰত পৰিল।

স্কটলণ্ড দেসৰ এৰি গাঁৱৰ বহু মানুহে এদিন গুলাই ১৴০ হাত মান দিঘল এবিধ তিমি মাচ দেখি খেদি গৈ ৩০০ ধৰিলে। ৰাত্তি চপাই আনিব নোঅৰাত জোআৰে তিনি কুৰি মান ওভোতাই নিলে। জি থাকিল তাৰ তেল উলিয়াই ৫০০০ মান ৰুপৰ বস্তু পালে।

আমেৰিকাৰ মাজ ভোখৰত আটলান্তিক সাগৰৰ পৰা পাচিফিক সাগৰলৈ আলিৰ নিমিত্তে লোৰ ডাঙ্গ পাত্তিবলৈ ৪৬ জন বনুআক নুয়র্ক নগৰৰ পৰা আস্পিনাল কম্পানি নামে এজাক সদাগৰে পঠাই দিলে।

আমেৰিকা দেসৰ পৰা ১৭ এপ্ৰিল তাৰিখলৈকে কালিফৰ্নিয়ালৈ জোআ জাহাজ ৩০৯; মানুহ ১৯,৭১৭।

ৰিয়গ্ৰাণ্ড নদিত মেতামৰা নগৰত মাউৰ লাগি দিনে দিনে ৭৫ মান মানুহ মৰে।



## চাপা খানাৰ কথা।

**Printing.**

লণ্ডন নগৰত টাইম্‌চ্‌ নামে প্ৰতি দিনে চপা এক ডাঙ্গৰ সমাচাৰ পত্ৰ ভাপ কলেৰে ঘণ্টাই পত্তি এপিঠিকৈ ৪৫০০ মান পাত চাপে, আৰু দেও বাৰ এৰি দিনেপত্তি ৪০,০০০ মান চাপি ডাকত পঠাই দিএ। সেই পত্ৰকে ঘণ্টাত ১০,-০০০ পাত চাপিবৰ আসয়েৰে একন গিয়ানি চাহাবে এক ভাপৰ প্ৰেচ সাজিছে। কোনো ঠাইত এতিয়াও ৮০০০, চাপে। আমেৰিকান মেচেঞ্জৰ নামে এক পত্ৰ নুয়র্ক নগৰত মাহে পত্তি ১৩০,০০০ এক লাখ ত্ৰিচ হেজাৰ চাপে।

ইংৰাজি ১৭৭৫ সনত আমেৰিকা মিল দেসত মুঠে ৩৮ সমাচাৰ পত্ৰ আছিল; এতিয়া সেই দেসত ৩০০০ আছে। সেই দেসৰ নুয়র্ক নগৰতে ১৬০ পত্ৰ চাপা জাই। সেই নগৰৰ পৰা ৭,০০,০০,০০০ সাত্ত কোটি খন বচৰত ঠায়ে ঠায়ে পঠাই দিএ। সেই পত্ৰ বোৰ চাপিবৰ নিমিত্তে ৩৬,০০,০০০ তিনি নিজুত চই লাখ মান দিস্তা ভুলাপাত খৰচ হই।

পাৰি নগৰত মৌৰ্তন নামে এজন আমেৰিকান চাপা খানাৰ কাম কৰা মানুহ ধনৱন্ত হৈ ম্ৰিত্যু কালত এই আগ্যা কৰিলে, জি কোনোএ একে ঘৰিত ১০,০০০ পাত চাপিব পৰা জন্ত্ৰ সাজিব

সেই মানুহক মোৰ ধনৰ ৪,০০,০০০ চাৰি লাখ টকা দিব; তাৰ নিমিত্তে সেই মান টকা থৈ গল; এতিয়া তাৰ জি বুধি সি পুৰুসাৰ্থ কৰিলে কি জানি সেই ধন পাব পাৰে।

ইন্দিয়ান টাইম্চ্ নামে এখন নতুন সমাচাৰ দৰ্পন প্ৰথম জানুআৰিৰ পৰা নিতৌ নিতৌ কলিকতাত চাপিচে। সেই পত্ৰ বেগাই চাপিবৰ নিমিত্তে ছাপৰ কল জন্ত্ৰ ইংলণ্ডৰ পৰা অনাইচে। ইউৰপিয়া আমেৰিকা দেসত এনে ছাপৰ প্ৰেচেৰে বহুত পত্ৰ আৰু কিতাপ চাপে, কিন্তু এই ভাৰত বৰ্সত তেনে জন্ত্ৰ আগেএ আনি চপা নাই। মান দেসত আমেৰিকান মিস্যন চাপা খানালৈ হাতেৰে ঘূৰাই চপা কলৰ প্ৰেচ ১২ বচৰ মানৰ আগেএ আনিলে। তেনে প্ৰেচৰ নকচা সি পিচত লিখা আছে।

---

## খেমা কৰাৰ কথা।

**Forgiveness.**

জি কোনোএ লোকৰ অপৰাধ কেতিয়াও নেপাহৰে, সি অগিয়ানি আৰু অসন্তোস পোআ। জি সময়ত সুখৰ বস্যিএ তাক আনন্দ কৰালেহেঁতেন, তেতিয়া খেমা ন কৰা অপৰাধৰ চিন্তাই, কলা চাঁৰ নিচিনা, মনত চাকে, আৰু তাৰ মন অতি উগুল থুগুল কৰাই; খিয়ালৰ ভুতে তাৰ বিদইত থাকে, তাতে আন সকলো মানুহতকৈ তাক অসন্তোস দিএ।

তোমাৰ ধনত বা নামত কিবা অপবাদ পালানে? খেমা কৰা দুতক তোমাৰ বিদইত জিৰাব দিয়া; প্ৰতিফল কেনেকৈ দিবা তালৈ চিন্তা ন কৰিবা, অপকাৰৰ সলনি উপকাৰ কেনেকৈ কৰিবা তালৈ চিন্তা কৰা। প্ৰভু যিচুএ কৈচিল বোলে, কোনোএ জদি এদিনৰ ভিতৰত সাত বেলিও তোমাৰ অহিতে অপৰাধ কৰে, আৰু সেই দিনত সাত বেলিলৈকে ঘূৰি আহি মন পালটাইচোঁ বুলি সৈ কাৰ্হে, তেন্তে তুমি তাক খেমা কৰিবা। আৰু ধৰম সাস্ত্ৰত লিখা আছে, "জদি তোমাৰ সত্ৰুৰ ভোক লাগে, তাক ভোজন কৰোআ; জদি তাৰ পিয়াহ লাগে, জল পান কৰোআ; তেনে কৰিলে তাৰ মূৰত জলি থকা আঙঠা চপাই দিবা। কুকৰমত পৰাজই ন হৈ সু কৰমেৰে কুকৰমক জই কৰা।

## ধৰমৰ কথা বাত্ৰা।

**Religious Intelligence.**

জানুআৰি ১০ তাৰিখত মান দেসৰ মলমাইন বাপ্তিষ্ট সমাজ মলমাইন নগৰত গোট খাই, দুই তিনি দিন মান ইশ্বৰ সেৱাতে প্ৰাৰ্থনা আৰু কিৰ্ত্তন কৰি থাকিল। সেই সমাজৰ ১৪ মণ্ডলি আছে; মানৰ ২ টা, কাৰেনৰ ১২ টা। সকলো মণ্ডলিৰ লোক ১০১৫; একচৰৰ ভিতৰত বুৰ পোআ লোক ৭৩।

ডিচেম্বৰ মাহত অচোৰ নগৰত শ্ৰীযুত পাৰি চাহাবৰ হতুআই ২১ জন সিস্য বুৰ পাই খ্ৰিষ্টিয়ান মণ্ডলিত সোমাল। জানুআৰি মাহত আৰু ৮ জন বুৰ পালে, সিবিলাকৰ মাজৰ ৪ জন মচলমান হৈচিল। মাৰ্চ মাহত আৰু ৪ জন সিস্য গ্ৰাজ্য কৰা হল।।

ফেবৰুআৰি মাহত শ্ৰীযুত অদ্চন চাহাবৰ দোআৰাই স্যান লোক এজন মণ্ডলিৰ ভিতৰত গ্ৰাজ্য কৰা হল।

মেই মাহৰ সেস বিস্ৰাম বাৰত কলিকতা নগৰৰ য়িহুদি দুজন ভেকা মানুহ খ্ৰিষ্টত বিস্বাসি হৈ প্ৰভুৰ মণ্ডলিত গ্ৰাজ্য কৰা হল।

জলেস্বৰ নগৰত এপ্ৰিল মাহত মিস্যন স্কুলৰ তিনি চোআলি আৰু আন তিনি জন মানুহ বিস্বাস কৰি খ্ৰিষ্টিয়ান মণ্ডলিত সোমাল।

১৮৪৮ সঁকৰ ভিতৰত বঙ্গাল দেসৰ ২৩ ডুবিত মণ্ডলিৰ লোকৰ মাজত ১৪৭ জন নতুন সিস্য গ্ৰাজ্য কৰা হল; সেই মণ্ডলিৰ লোক মুঠে ১৪৩৭।

দিলি নগৰত থকা পাদুৰি তমচন চাহাবে জোআ বচৰত হিন্দু আৰু মচলমান লোকৰ মাজত ২৪৩ পুথি, সাস্ত্ৰৰ কিতাপ ১,০২৩, আৰু ত্ৰেক্ত কিতাপ ২,৯২৩, মুঠে ৪,১৮৯ কিতাপ বিলাই দিলে।

ৰোম নগৰৰ পৰা পাপা ৰজাই পলাই জোআৰ পৰা সেই নগৰত ধৰম সাস্ত্ৰ ৭০,০০০ পুথি ধন বেচা হৈচে। সেই ৰজাই থাকোঁতে সামান্য মানুহে সাস্ত্ৰ পৰ্হিবলৈ তেঁও নিসেধ কৰিলে।

---

লোকে তোমোলাকক জি কৰিবলৈ তোমোলাকৰ ইচা, সেই ৰূপে তোমোলাকেও কৰা।

## ইচাকৰ বিৱৰন।

History of Isaac.

মাৰ্চ মাহৰ অৰুনোদইত জি আব্ৰাহামৰ কথা লিখিছিলোঁ, তাকে পাঠক সবে জানিব পাই, কিন্তু এতিয়া তেঁওৰ প্ৰতিগ্যাৰ পুত্ৰ ইচাকৰ কথা অলপকৈ লিখোঁ; জেতিয়া আব্ৰাহাম অতি বয়সিয়া হল, তেতিয়া তেঁও আপোন বন্দিবোৰৰ মাজৰ প্ৰধান ঘৰগিৰিক মাতি কলে, তুমি মোৰ কৰঙনত হাত দি স্বৰ্গ আৰু প্ৰিথিবিৰ অধিকাৰ পৰম ইশ্বৰৰ নামে এই সপত কৰা, জে মোৰ পুত্ৰ ইচাকৰ নিমিত্তে মই নিবাস কৰা জি এই কিনান দেস, ইয়াৰ পৰা চোআলি খুজি নি দিবা, কিন্তু মোৰ দেস আৰু মোৰ গিয়াতিবোৰৰ মাজৰ পৰা খুজি মোৰ পুত্ৰ ইচাকলৈ চোআলি আনিবা। তেতিয়া ঘৰ গিৰিএ কলে, জদি চোআলি মোৰ সগত এই দেসলৈ নাহে, তেন্তে তুমি জি দেস এৰি আহিলা সেই দেসলৈ ইচাকক নিম নে? তাতে আব্ৰাহামে কলে সাৱধান, তুমি মোৰ পুত্ৰক সেই ঠাইলৈ নি নিবা, কিন্তু জি জন প্ৰভু পৰম ইশ্বৰে মোক আপোন গিয়াতি বন্ধু বান্ধৱৰ ঠাইৰ পৰা আনিলে, আৰু জি জনে তোমাৰ সন্তানক এই দেস দিম বুলি আপুনি প্ৰতিগ্যা কৰিলে, তেঁয়ে আপোন দুতক তোমাৰ আগেএ পঠাব, আৰু তুমি সেই ঠাইৰ পৰা মোৰ পুত্ৰ ইচাকলৈ ভাৰ্জা আনিবা।

তাৰ পাচে ঘৰ গিৰিএ আপোন অধিকাৰৰ আগ্যা মানি আব্ৰাহামে পঠোআ ঠাইলৈ জাত্ৰা কৰি গল, আৰু জেতিয়া সেই ঠাই পালে, তেতিয়া এক নাদৰ ওচৰতে বহি ইশ্বৰলৈ এই আৰাধনা কৰিলে, বোলে, হে মোৰ অধিকাৰৰ প্ৰভু পৰম ইশ্বৰ, মই প্ৰাৰ্থনা কৰিচোঁ, আজি মোলৈ সুভ কৰি মোৰ অধিকাৰ আব্ৰাহামক আপোন দায়া দেখাওক; দেখা মই এতিয়া এই নাদৰ ওচৰত বহি আচোঁ, আৰু এই নগৰৰ জি কন্যাবিলাক পানি তুলিবৰ নিমিত্তে এই নাদলৈ আহিব, সেইবোৰৰ মাজৰ জি জনিত মই এই কথা কম হেৰা আইটি তোমাৰ লোটাৰ পৰা মোক পানি পিবলৈ দিয়া; তেতিয়া জদি সেই কন্যাই কই হেনে পিয়া, আৰু তোমাৰ উটবোৰকো মই পানি তুলি পিয়াম, সেই জনিএই তোমাৰ বন্দি ইচাকৰ ভাৰ্জা হওক, তাতে তুমিয়ে মোৰ অধিকাৰ আব্ৰাহামক অনুগ্ৰহ কৰিচা ইয়াক মই জানিম।

সেই প্ৰাৰ্থনা কৰোঁতেই দেখা, ৰিবিকা নামেৰে এক সুন্দৰি কন্যা পানি নিবৰ নিমিত্তে কান্ধত লোটা লৈ আহি উপগত হল, আৰু নাদলৈ আহি লোটাত পানি ভৰালে; তেতিয়া আব্ৰাহামৰ ঘৰ গিৰিএ তাইৰ ওচৰলৈ গৈ কলে, হেৰা আইটি তোমাৰ লোটাৰ পৰা অলপ পানি মোক পিবলৈ দিয়া; তাতে ৰিবিকাই লোটা নমাই তেঁওক পানি পিবলৈ দিলে, আৰু তেঁওৰ জিমান উট আদি আচিল সেই সকলোকে নাদৰ পৰা পানি তুলি খুআলে। সেই সকলো কথা দেখি ঘৰগিৰিএ আপোন মনত স্ফিচুৰ্তি হৈ চাই থাকিল। পাচে তেঁও ঘৰলৈ গৈ আপোনাৰ সকলো কথা সেই কন্যাৰ বাপেক মাকক বুজালে; আৰু ইশ্বৰে জি ৰূপে ক্ৰিপা কৰি ইচাকৰ নিমিত্তে ৰিবিকাক ভাৰ্জাৰ্থে প্ৰমান কৰি দিলে, সেই সকলোকে সিবিলাকত কলে, তাতে মাক বাপেকে ইশ্বৰৰ কথা দেখি একো বাধা কৰিব নোআৰি দিম বুলিলে। পাচে ৰাতি পুআ হলত সিবিলাকে ৰিবিকাক আৰু তাইৰ বেটিক উটৰ ওপৰত তুলি লৈ গল। আৰু জেতিয়া আপোনাৰ ঠাই পালে, তেতিয়া ইচাকক ভাৰ্জাৰ নিমিত্তে দিলে তাতে তেঁও আপোন ভাৰ্জা ৰিবিকাক লৈ সান্তনা পালে।

সেই সময়ত ৰিবিকা বাঁজি আচিল, তাতে ইচাকে তাইৰ অৰ্থে প্ৰাৰ্থনা কৰাত ইশ্বৰে তাইৰ গৰ্ভ মুকলি কৰিলে, তেতিয়া তাই গৰ্ভ ধাৰন কৰিলে। আৰু জেতিয়া তাইৰ গৰ্ভত লৰাই নাচিবলৈ ধৰিলে, তেতিয়া ৰিবিকাই ইশ্বৰত সুধিলে, বোলে, মোৰ এনে অৱস্থা কিয় হই, তাতে পৰম ইশ্বৰে কলে, তোমাৰ গৰ্ভত দুই বাল্য আচে, আৰু এটা আনতকৈ বলৱন্ত হব, আৰু ডাঙ্গৰটে সৰুটৰ সেৱা কৰিব। পাচে জি সময়ত তাইৰ প্ৰসৱৰ কাল সম্পুৰ্ন হল, তেতিয়া জঁআ লৰা জন্মিল; বৰটোৰ গোটেই সৰিল নোম কাপৰৰ নিচিনা আৰু ৰঙ্গা আচিল, সেই নিমিত্তে তাৰ নাম এচৌ থলে, আৰু সৰুটৰ নাম য়াকোব ৰাখিলে। এচৌ বলৱন্ত আৰু চাঁৰি আচিল, কিন্তু য়াকোব হলে নম্ৰ মানুহ আচিল। পাচে কোনো এক সময়ত এচৌ পথাৰৰ পৰা আহোঁতে ভোকতে তেঁওৰ গা বহিচিল, তাতে য়াকোবৰ হাতত খোআ বস্তু দেখি কলে, অনুগ্ৰহ কৰি মোকো খাবলৈ দিয়া। তাতে য়াকোবে কলে, তেন্তে আজি তোমাৰ বৰ পুত্ৰৰ ভাগ মোত

ৰেচা, পাচে এচৌএ সপত কৰি আপোন বৰ পুত্ৰৰ ভাগ য়াকোবত বেচি তেঁওৰ হাতৰ পৰা খোৱা বস্তু ললে। এই ৰুপে এচৌএ আপোন বৰ পুত্ৰৰ ভাগ হেয় গিয়ান কৰিলে।

সেই কালত দেসত বৰ একাল হোৱাত ইচাকে তাৰ পৰা গৈ ফিলিষ্টিয়াৰ ৰজা অবিমেলেকৰ দেসত থাকিল; তাতে ইশ্বৰে তেঁওক দৰ্সন দি কলে, তুমি মিচৰ দেসলৈ নে জাবা কিন্তু মই জি দেস দেখুৱাম তালৈকে গৈ বসতি কৰিবা। এতিয়া হলে এই ঠাইতে প্ৰবাস কৰা, আৰু মই তোমাৰ লগত থাকি আসিৰ্বাদ কৰিম, কিয়নো তোমাক আৰু তোমাৰ পাচত হোৱা সন্তানবোৰক এই সকলো দেস দি আব্ৰাহামৰ আগত জি প্ৰতিগ্যা কৰিচিলোঁ তাকে সম্পুৰ্ন কৰিম। আৰু তোমাৰ পিত্ৰি আব্ৰাহামে মোৰ সকলো আগ্যা আৰু বিধান পালন কৰা হেতুকে মই তোমাৰ বঙ্গহ আকাসৰ তৰাৰ নিচিনা অসংখ্য কৰিম; আৰু তোমাৰ বঙ্গহতে প্ৰিথিবিৰ সকলো ৰাজ্যে আসিৰ্বাদ পাব। পাচে ইচাকে ইশ্বৰৰ আগ্যা মানি সেই দেসতে প্ৰবাস কৰি তাতে খেতি পথাৰ কৰাত ইশ্বৰে তেঁওক আসিৰ্বাদ কৰিলে, তাতে সেই একে বচৰতে স গুনে সহ বৃধি হল। পাচে ইচাক বন্দি বেটি, চাগ মেৰ আদি কৰি আৰু বহু সম্পত্তিৰে অতিসই ৰুপে বাৰ্হি গল। ফিলিষ্টিয়াৰ ৰজা অবিমেলেকে তাকে দেখি ইচাকক কলে, তুমি আমাৰ ঠাইৰ পৰা গতি কৰি জোৱা; কিয়নো ইশ্বৰে সকলোতে তোমাক আসিৰ্বাদ কৰাত তুমি আমাতকৈ মহা বলৱন্ত হৈচা। তাতে ইচাকে তাৰ পৰা গতি কৰি গিৰাৰ নামে এক ঠাইতে থাকিল।

তাৰ পাচে জেতিয়া ইচাক অতি বুৰা হলত, আৰু চকুৰেও মনিব নোৱাৰিলে, তেতিয়া তেঁও বৰ পুতেক এচৌক মাতি কলে, হে মোৰ পুত্ৰ, দেখা, মই এতিয়া বুঁৰা হলোঁ, আৰু কোন দিনত মোলৈ মিৃত্যু আহিব তাক মই নে জানোঁ; এই হেতুকে এতিয়া তুমি আপোন ধেনু টোন আৰু অস্ত্ৰ লৈ, খেতিৰ মাজলৈ গৈ মোৰ নিমিত্তে পহু মাৰি আনা আৰু জিহত মোৰ ইচা হই, এনে সোৱাদ আঞ্জা মোক ৰান্ধি দিয়া, তাকে মই খাই ত্ৰিপ্তি পাই, মৰনৰ আগেএ মোৰ জিৱই তোমাক আসিৰ্বাদ কৰিব। এচৌএ ইয়াকে সুনি পিত্ৰি বাক্য মানি পহু মাৰিবলৈ ওলাই গল।

ইচাকে এই কথা এচৌত কোৱাত তেঁওৰ ভাৰ্জা ৰিবিকাই তাকে সুনি য়াকোবত কলে, দেখা, তোমাৰ পিত্ৰিএ এচৌক এই কথা কৈচে বোলে, তুমি পহু মাৰি তাৰ মঙ্গহেৰে মোলৈ সোৱাদ আঞ্জা ৰান্ধি আনা তাকে খাই মৰনৰ আগেএ মোৰ জিৱই তোমাক পৰম ইশ্বৰৰ আগত আসিৰ্বাদ কৰিব; তেও কোৱা এই কথা মই সুনিলোঁ, এই হেতুকে হে মোৰ পুত্ৰ, এতিয়া মই জি কওঁ তাকে পালন কৰা; তুমি মেৰৰ জাকলৈ গৈ তাৰ পৰা দুটি পুৱালি আনা, তাতে তোমাৰ পিত্ৰিএ জিহকে ভাল পাই এনে আঞ্জা মই ৰান্ধি দিওঁ আৰু তাক লৈ তুমি পিত্ৰিক দিয়া পাচে তেঁও খাই তোমাক মৰনৰ আগেএ আসিৰ্বাদ কৰিব। তেতিয়া য়াকোবে মাত লগাই মাকত কলে, দেখা মোৰ এচৌ ভাই নোমাল মানুহ কিন্তু মই নহঁও ইয়াতে জদি পিত্ৰিএ মোক খপিয়াই চাই বুজ পাই তেন্তে মই পিত্ৰিৰ আসিৰ্বাদ পাবৰ চাৰি সাওহে পাম। তাতে মাকে পুনৰাই কলে, জদি তোমাক সাও দিএ, সেই সাও মোতে পৰোক, তেও তুমি মোৰ কথা পালন কৰা।

তেতিয়া য়াকোবে মাকৰ কথা সুনি জাকলৈ গৈ তাৰ পৰা দুটি পোৱালি আনি দিলে আৰু মাকে তাক লৈ ইচাকে জিহক ভাল পাই তেনে আঞ্জা ৰান্ধি দিলে। আৰু য়াকোবক এচৌৰ কাপৰ পিন্ধাই ডিঙ্গিত আৰু হাততো চাগলিৰ চাল পিন্ধালে। তেতিয়া য়াকোবে বাপেকৰ নিমিত্তে খোৱা বস্তু লৈ কলে, হে পিত্ৰি, তাতে বাপেকে কলে, হে পুত্ৰ তুমি কোন? পাচে য়াকোবে কলে মই তোমাৰ বৰ পো এচৌ, তুমি মোক জেনে আগ্যা কৰিলা তেনে ৰুপে তোমালৈ আনিচোঁ; এতিয়া উঠি খোৱা আৰু মোক আসিৰ্বাদ কৰা। তেতিয়া ইচাকে কলে হে পুত্ৰ, তুমি কেনেকৈ ইমান বেগতে পালা? সি কলে, তোমাৰ প্ৰভু পৰম ইশ্বৰে মোক সোন কালে উপগত কৰাই দিলে। আৰুও ইচাকে য়াকোবত কলে, তুমি নিচয়ে মোৰ বৰ পো এচৌ হোৱা নে নো হোৱা, এতিয়া মোৰ ওচৰলৈ আহাঁ, তাতে মই তোমাক খপিয়াই চাওঁ। তেতিয়া য়াকোৱ বাপেকৰ ওচৰলৈ গলত তেঁও তাক খপিয়াই চাই কলে, সবদ হলে য়াকো-

ৰৰকিন্তু এই হাত এচৌৰ; সেই ৰূপে বাপেকে তাৰ হাতৰ পৰা পহুৰ মঙ্গহ খালে, আৰু খাই ত্রিপ্ত হৈ য়াকোবক এই আসির্বাদ কৰিলে; পৰম ইশ্বৰে আকাসৰ নিয়ৰ, আৰু প্রিথিবিৰ ভৰপুৰ বস্তু, আৰু সকলো সস্য তোমাক দিওক, আৰু নানা লোক তোমাৰ অধিন হওক, আৰু নানা জাতিৰ লোকে তোমাক সেৱা কৰোক, আৰু তুমি আপোন বঙ্গহৰ মাজত প্রধান হোৱা আৰু তোমাৰ মাত্রিৰ পুত্রই তোমাক সেৱা কৰোক, আৰু জিবিলাকে তোমাক আসির্বাদ কৰে সেইবিলাকে আসির্বাদ পাব; আৰু জিবিলাকে তোমাক সাও দিএ সেইবিলাকেও সাও পাব।

এই ৰূপে ইচাকে পুত্রক আসির্বাদ দিয়াৰ পাচত য়াকোব তেঁওৰ আগৰ পৰা ওলাই জোৱা মাত্রকে তাৰ ভায়েক এচৌ মিৃগয়াৰ পৰা আহি পালেহি। আৰু বাপেকে খাবৰ নিমিত্তে মঙ্গহ জুগুত কৰি আনি কলে, হে পিত্রি উঠা, আৰু পোঁৱাৰ পহু মঙ্গহ খাই এতিয়া আসির্বাদ কৰা তাতে বাপেকে মাত লগাই কলে তুমি নো কোন? সি কলে তোমাৰ বৰ পুত্র এচৌ মই, তেতিয়া ইচাকে অতিসই কঁপিবলৈ ধৰি কলে, তেন্তে জি চৌএ তোমাৰ আগেএ পহুৰ মঙ্গহ আনি মোক খুআলে সি নো কোন? মই তাকে আসির্বাদ কৰিলোঁ, আৰু সিএই আসির্বাদৰ পাত্র হল। পাচে এচৌএ অতিসই ক্রন্দন কৰি বিনইকৈ কলে হে পিত্রি মোক আসির্বাদ কৰা, ইচাকে কলে তোমাৰ সকলোআসির্বাদ মই ভায়েৰক দিলোঁ, আৰু তোমাক কি আসির্বাদ কৰিম? তেতিয়া এচৌএ আকও ৰবকৈ কান্দি কলে, হে পিত্রি, মোকো আসির্বাদ কৰা; তাতে ইচাকে এচৌকো, কোনো আসির্বাদ কৰিলে।

এই ৰূপে ইচাকে দুই পুত্রেকক আসির্বাদ কৰাৰ পাচে সিবিলাকে আপোন আপোন ঠাইত বসতি কৰিলে; পাচে ইচাক এস চাৰি কুৰি বচৰ বয়সিয়া হৈ মিৃত্যু হল। ন. দ.



পিৰু দেসৰ মেৰ চাগলি।

The Alpaca, or Peruvian Sheep.

দখিন আমেৰিকাৰ পিৰু আৰু চিলি দেসত এই নকচাৰ নিচিনা আলপকা নামেৰে এবিধ মেৰ চাগলি আছে, সেই চাগলিবোৰ সকত দেখি সেই দেসৰ মানুহবিলাকে কাম কৰাই, আৰু ২ মোন ২।। মোৰ বস্তু ১৪।১৫ মাইল মান বাট দিনটত নিব পাৰে। তাৰ নোমবোৰ আন মেৰতকৈ দিঘল, বগা, সিতলো কোমলো, আৰু তাৰে অতি সুন্দৰ চাল আদি বৰ দবৰ কাপৰ বই।

---

সাখিৰ নিমিত্তে গচ মতোৱাৰ কথা।

A Tree summoned as a Witness.

এটা বুৰাই এটা ভেকা মানুহৰ ৰূপ ধাৰ কৰিচিল; পাচে কিচু দিনৰ মুৰত ভেকাই ৰূপৰ ধাৰ সাধিলত বুৰাই কলে মই তোৰ একো দিব নে লাগে। তেতিয়া ভেকাই বজাত জনালত বজাই বুৰাক মতাই নি সুধিলে, তই ইয়াৰ ধৰুৱা হ নে? বুৰাই কলে, মই তাৰ একোৰে৷ ধৰুৱা ন হওঁ। বজাই ভেকাত সুধিলে, তই যে বুৰাক ৰূপ ধাৰে দিলি তাৰ কোনোবা সাখি আছে নে? ভেকাই কলে, কোনো নাই। তেতিয়া বজাই বুৰাক সপত কৰিবলৈ আগ্যা কৰিলত, ভেকাই হাহি বজাত

কলে, মহা বজা ই সপত্তলৈ তই ন কৰে, লোকৰ কথাতো মিচা সাখি ওলাইগৈ। পাচে বজাই তে- কাত সুধিলে, তই বুৰাক কপ দিওতে কত দিলি? তেকাই কলে, এজোপা গচৰ তলত দিলোঁ। বজাই কলে, তেন্তে তোৰ সাখি নাই বুলি কিয় কৈচ? সেই গচেই তোৰ সাখি। তই গচৰ ওচৰলৈ গৈ বজাই তোক মাতিচে বুলি কগৈ। তাতে বুৰাই অলপ মান হাঁহিলত তেকাই বজাত কলে, মহা বজা আপোনাৰ আগ্যাত গচ নাহিব, বজাই বুলিলে তেনে হলে মোৰ নাম চাপ লৈ জা, নাম চাপ দেখুআলে গচ অৱস্য আহিব। তাতে তে- কাই বজাৰ নাম চাপ লৈ গচৰ গুৰিলৈ জোআৰ অলপ মান পাচতে, বজাই বুৰাত সুধিলে, বোলে, তেকাই সেই গচৰ তল পালেগৈ নে নৌ পাইগৈ। তোৰ মনে কেনে ধৰে? বুৰাই কলে এতিয়াও, নৌ পাইগৈ। পাচে তেকাই গচৰ ওচৰ পাই বজাৰ নাম চাপ দেখুআই, কলে, বজাই তো- মাক মাতিচে, এই দৰে দুই তিনি বেলি কলাতো গচৰ একো মাত নে পাই চিন্তা লাগি উভতি গুচি আহি, বজাত কলেহি, বোলে, মই আপোনাৰ চাপ দেখাই মাতিলতো, গচে একো নে মাতিলে। বজাই কলে, হই, গচ আহি সাখি ওলাইহে এতিয়া গৈচে। তাতে বুৰাই বৰ আচৰিত গিয়ান কৰি সুধিলে, হে মহা বজা, কতা? ইয়ালৈ একো গচ আহি সাখি ওলো আহি নাই। বজাই কলে গচ অহা নাই হই, স্বৰূপ, কিন্তু গচৰ পৰা মই সাখি পালোঁ, কিয়নো জেতিয়া মই তোত সুধি- লোঁ তেকাই সেই গচৰ ওচৰ পালেগৈ নে, তোৰ কি মনে ধৰে, তেতিয়া তই কলি, এতিয়াও নৌ পাইগৈ। বাৰু জদি তই তেকাৰ হাতৰ পৰা ৰুপকে লোআ নাই তেন্তে গচ জোপা কেনেকৈ চিনিলি। সেই গচৰ তলত ৰুপ নো লোআ হলে কোন গচৰ তল বুলি অৱসো মোত সুধিলিহেঁতেন এই কাৰনে মই জানিচোঁ তেকাৰ কথা স্বৰূপ; তেতিয়া বুৰাই বৰ লাজ পাই দাই গাত লৈ তে- কাক ৰুপৰ ধাৰ সুজিলে।

---

জি প্ৰকাস ন হব, এনে কোনো বস্তু ঢাকি থো- আ নাই, আৰু জি জনা ন হব, এনে একো লুকু- আ নাই।

Almanac for August, 1849.

## আগষ্ট, অৰ্থাত ভাদ, ১৮৪৯।

| বাৰ | আগষ্ট | শাওন | সূৰ্য্যোদয় | সূৰ্য্য মধ্যাহ্ন | সূৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰ মধ্যাহ্ন |
|---|---|---|---|---|---|---|---|---|
| ব | ১ | ১৮ | ৫।২৮ | ১২।৬ | ৬।৪৪ | ১৩ | ১৯ | ২২।৩২ |
| বি | ২ | ১৯ | ৫।২৮ | ১২।৬ | ৬।৪৩ | ১৩ | ২০ | ২৩।২০ |
| সু | ৩ | ২০ | ৫।২৯ | ১২।৬ | ৬।৪৩ | ১৪ | ২১ | পুআ |
| স | ৪ | ২১ | ৫।২৯ | ১২।৬ | ৬।৪২ | ১৫ | ২২ | ০।৯ |
| দেও | ৫ | ২২ | ৫।২৯ | ১২।৫ | ৬।৪১ | ১৬ | ২৩ | ০।৫৭ |
| সো | ৬ | ২৩ | ৫।৩০ | ১২।৫ | ৬।৪০ | ১৭ | ২৪ | ১।৪৪ |
| ম | ৭ | ২৪ | ৫।৩১ | ১২।৫ | ৬।৪০ | ১৮ | ২৫ | ২।৩১ |
| ব | ৮ | ২৫ | ৫।৩১ | ১২।৫ | ৬।৩৯ | ১৯ | ২৬ | ৩।১৮ |
| বি | ৯ | ২৬ | ৫।৩২ | ১২।৫ | ৬।৩৮ | ২০ | ২৭ | ৪।৬ |
| সু | ১০ | ২৭ | ৫।৩২ | ১২।৫ | ৬।৩৮ | ২১ | ১ | ৪।৫৬ |
| স | ১১ | ২৮ | ৫।৩৩ | ১২।৫ | ৬।৩৭ | ২২ | ২ | ৫।৪৮ |
| দেও | ১২ | ২৯ | ৫।৩৪ | ১২।৫ | ৬।৩৬ | ২৪ | ৩ | ৬।৪২ |
| সো | ১৩ | ৩০ | ৫।৩৪ | ১২।৪ | ৬।৩৫ | ২৫ | ৪ | ৭।৪০ |
| ম | ১৪ | ৩১ | ৫।৩৪ | ১২।৪ | ৬।৩৪ | ২৬ | ৫ | ৮।৩৯ |
| ব | ১৫ | ৩২ | ৫।৩৫ | ১২।৪ | ৬।৩৩ | ২৭ | ৬ | ৯।৩৯ |
| বি | ১৬ | ভাদ | ৫।৩৫ | ১২।৪ | ৬।৩২ | ২৮ | ৭ | ১০।৪০ |
| সু | ১৭ | ২ | ৫।৩৬ | ১২।৪ | ৬।৩১ | ২৯ | ৮ | ১১।৩৭ |
| স | ১৮ | ৩ | ৫।৩৬ | ১২।৩ | ৬।৩০ | ৩০ | ৯ | ১২।৩২ |
| দেও | ১৯ | ৪ | ৫।৩৭ | ১২।৩ | ৬।৩০ | ১ | ১০ | ১৩।২৪ |
| সো | ২০ | ৫ | ৫।৩৭ | ১২।৩ | ৬।২৯ | ২ | ১১ | ১৪।১৩ |
| ম | ২১ | ৬ | ৫।৩৮ | ১২।৩ | ৬।২৮ | ৩ | ১২ | ১৫।১ |
| ব | ২২ | ৭ | ৫।৩৮ | ১২।৩ | ৬।২৭ | ৪ | ১৩ | ১৫।৪৬ |
| বি | ২৩ | ৮ | ৫।৩৮ | ১২।২ | ৬।২৬ | ৫ | ১৪ | ১৬।৩২ |
| সু | ২৪ | ৯ | ৫।৩৯ | ১২।২ | ৬।২৫ | ৬ | ১৫ | ১৭।১৮ |
| স | ২৫ | ১০ | ৫।৩৯ | ১২।২ | ৬।২৪ | ৭ | ১৬ | ১৮।৩ |
| দেও | ২৬ | ১১ | ৫।৩৯ | ১২।১ | ৬।২৩ | ৮ | ১৭ | ১৮।৫০ |
| সো | ২৭ | ১২ | ৫।৪০ | ১২।১ | ৬।২২ | ৯ | ১৮ | ১৯।৩৮ |
| ম | ২৮ | ১৩ | ৫।৪০ | ১২।১ | ৬।২১ | ১০ | ১৯ | ২০।২৬ |
| ব | ২৯ | ১৪ | ৫।৪১ | ১২।১ | ৬।২০ | ১১ | ২০ | ২১।১৪ |
| বি | ৩০ | ১৫ | ৫।৪১ | ১২।০ | ৬।১৯ | ১২ | ২১ | ২২।৩ |
| সু | ৩১ | ১৬ | ৫।৪২ | ১২।০ | ৬।১৮ | ১৩ | ২২ | ২২।৫১ |

পুৰ্নিমা ৪ দিনৰ ১০।১০ পুআ।

আমাবাস্যা ১৮ দিনৰ ১১।৫১ পুআ।

---

এই অৰুনোদই পত্ৰ মোং সিবসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

**THE ORUNODOI,**

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. Cotter, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্র।

চতুর্থ চোআ। মোং সিৱসাগৰ, আগষ্ট ১৮৪৯ খ্রিং অং সক। নম্বৰ ৮।

VOL. IV. SIBSAGOR, ASAM, AUGUST, 1849. No. 8.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.**

বৰ্তমান মাহৰ ৯ তাৰিখত ৰাতি এপৰ মান মোআত টিপ্লজিয়া গাঁৱৰ ভিবোতা এজনিএ পেৰাত লোটা বাটি সুমাই থবলৈ ধৰোঁতে মাটি ফেঁটি সাপে হাতৰ আঙ্গুলিৰ মুৰত্তে খোঁট মাৰিলে, পাচে দুপৰ মান নিসাত মৰিল।

১০ আগষ্ট তাৰিখে ৰাতি পুআ দিখৌ নদিৰ সি পাৰত ন বজাৰৰ সদাগৰ নামে মুদি এটাৰ ডিঙ্গি এধা কটা হৈ পৰি থকাত, ওচৰত থকা মানুহে তাৰ কেঁকনি সুনি ওচৰলৈ গৈ তাক পাই আনি বিচাৰ পতিৰ হাতত সোধাই দিলে। সি আপুনি কাটিলে বা লোকে কাটিলে তাৰ ঠিক হোআ নাই।

২৭ আগষ্টত এজন ফকিৰে সিৱসাগৰ পুখুৰিত বেলা ১১ বজাত সাঁতৰি দখিন পাৰৰ পৰা মাজ পোনেই পাৰ হৈ উত্তৰ পাৰত উঠিলগৈ। সুদা হাতে সাঁতৰি পাৰ হোআ অসমিয়াত আগৈএ দেখা নাই।

সিৱসাগৰ জিলাত ১৩ আগষ্টত এটা মানুহে দিখৌ নদিত সাঁতৰি খৰি ধৰাত চাক নৈএ টানি নি কাঠে সৈতে পানিৰ তললৈ সোমাই মৰিল।

ডিচেম্বৰ ২৮ তাৰিখত অসম দেসৰ শ্রীজুতা কটৰ মেম চাহাবে সৈতে শ্রীজুত বুঞ্চন চাহাব আৰু মেম চাহাবে বাৰা লোক আৰু নগাঁও স্কুলৰ দুজন অসমিয়া লৰাক লগত লৈ ককিম্বো নামে এখান জাহাজত উঠি কলিকত্তা এৰি সাগৰৰ পাৰ হৈ ৫ মেই তাৰিখত আমেৰিকা দেসৰ বষ্টন নগৰ পালেগৈ।

ভাটিৰ পৰা এই অসন্তোষৰ বাত্রা আহিছে, শ্রীভোগচন্দ্র দাৰোগাই নগাৰ কোনো জগৰিয়া ধৰিবলৈ এমথা সেনাই সৈত্তে গৈ উভতি আহোঁতে পিৰিপেমা গাঁৱত ৰাতি সুই থকাত ৪০০ মান মজামা আৰু খনমা নগাই মনে মনে আহি ঘৰত জুই লগাই দি দাৰোগা আৰু হাৱিলদাৰে সৈতে ৬ জন চিপাহি আৰু কেতবিলাক কুলিকো কাটিলে।

২৩ জুলাইত সুন্দৰবনৰ মুখত কাব্রাচ নামে এখান জাহাজ বামত লাগি ভাগিল। পাচে তাৰ মানুহক বিচাৰিবলৈ কম্পানিৰ এখান ভাপ জাহাজে গৈ ২৩ টা মানুহক আনিলে। সিইঁতৰ চাইটা এখান নাৱত উঠি আচিল, আনবোৰ বামত থাকি বন গুটি আদি খোআত ভাপ জাহাজে পোআ কালত লঘোনে মৰিব লগা হৈছিল।

বম্বাই নগৰৰ পৰা লৌজি ফেমিলি নামে এখান জাহাজ বোজাই দি জাবলৈ জুগুত হলত, ২ জুলাই তাৰিখৰ ৰাতি ১০ বজাৰ সমইত ভিতৰে জুই লগা জেন জানি, জাহাজৰ কাপ্তানে চৰিয়াৰে পানি তুলি সিঁচিবলৈ আগ্যা কৰাত জি ৪৮ লস্কৰ নাৱৰিয়া আচিল, সিইঁতৰ এটাও হুকুম নে মানি ঠিয় হৈ চাই থাকিল, তাতে কাপ্তানে জানিলে, সিইঁতেই জুই দিয়া হই। পাচে হাই উৰুমি কৰিলত অনেক সৰু নাও ওচৰ চাপি আহি উপকাৰ কৰিও জুই ভাঙ্গৰ হোআত নুমাৰ নোআৰিলে। পাচে পুৰি পুৰি তিনি পৰিয়া ৰাতি খাৰৰ ভঁৰালত জুই লাগি ফুটি গৈ জাহাজ খন ভাগি তল গল। পাচে সেই বুৰি থকা জাহাজ নিলাম কৰি ১৫,০০০ ৰুপলৈ বেচিলে।

৭ বচৰৰে পৰা বম্বাইৰ কোনো দুষ্ট মানুহবিলাকে আৰু বাখি আলচ কৰি জাহাজ পুৰিবলৈ

ধৰিলে। সেই দুষ্টবোৰে সদাগৰ কাম কৰে; জি জাহাজ পুৰিবলৈ আলচ হই, তাতে দিব লগা চন্দুকবোৰৰ তাল বস্তু উলিয়াই গোবৰ জাৰৰ সুমাই জাহাজত তুলি দিএ। পাচে জাহাজৰ কোনো মানুহক মিত্তিৰ কৰি ভেঁটি দিয়াত সিহঁতে পুৰিম বুলি গাত লই। জাহাজ নষ্ট হোআৰ কিছু দিনৰ পাচে সেই জাক ডকাইতে গোট খাই সেই ডকা দি নিয়া বস্তু বাঁটি লই। এই ৰূপে ৬ খন জাহাজ পুৰিলত সেই ডকাইতৰ কেতবিলাক ধৰা পৰিল। তাৰ পৰা ৬ বচৰলৈকে সিহঁতে আৰু জাহাজ নু পুৰি লুকাই থাকিল, কিন্তু এতিয়া আকও পুৰিবলৈ ধৰিচে। পোৰা জাহাজৰ এই এই নাম।

| জাহাজ | পোৰাৰ তাৰিখ | | ধনৰ হানি |
|---|---|---|---|
| বান্‌চিত্তৰ্ত | ৩ জুন | ১৮৪২ | ৮,০০,০০০ |
| কৰ্নোআলিচ | ১০ জুন | ঐ | ৪,৫০.০০০ |
| আদিলেদ | ২৭ জুন | ঐ | ২,০০,০০০ |
| এলিনৰ | ২৮ চেপ্ত | ঐ | ৩,৫০,০০০ |
| বেলবিদিয়ৰ | ৭ অক্টো | ঐ | ৬,০০,৯০০ |
| তমচ গ্ৰেনবিল | ৬ জুন | ১৮৪৩ | ৩,০০,০০০ |
| ফটি ৰহিমান | ১০ ফেব | ১৮৪৯ | ২,০০,০০০ |
| লৌজিফেমিলি | ২৫ জুন | ঐ | ১,৫০,০০০ |

কলিকত্তা নগৰৰ এটা মানুহে হুকুম নো পোআকৈ আপোনাৰ ঘৰত অধিক খাৰ ৰখাত ২৫ জুলাইত বিচাৰ কৰ্ত্তাৰ আগলৈ তাক নিলত বিচাৰ কৰ্ত্তাই ২০০ ৰূপ জৰিমনা কৰিলে।

কম্পানিৰ প্ৰধান ৰাজ দ্ৰোহিয়া মুলৰাজৰ কথা সোধ পোচ কৰি তাৰ আলচৰ দোআৰাই কম্পানিৰ দুজন চাহাবক বধ কৰাৰ প্ৰমান পালত বিচাৰ কৰ্ত্তাবিলাকে মৃত্যু দণ্ডৰ জোগ্য হল, এই কথা থিৰ কৰিলে; তথাপি তাৰ প্ৰান নে মাৰি দেসান্তৰ কৰি জনম ফাটকত দিবলৈ আগ্যা কৰিলে।

মান ৰজাৰ এখান জাহাজত তলে তাম থুআৰৰ নিমিত্তে কলিকত্তালৈ নি তৈয়াৰ কৰা হলত উভতি জাওতে সাগৰৰ দাঁতিত ২ আগষ্টত বালি চটত লাগি ভাগি গল। আন এখন জাহাজ ওচৰলৈ অহাত সেই মান লোকে তাতে উঠি ৰখ্যা পৰিল।

ফাঞ্চিএ ৰোম নগৰ সোমাবৰ ইচাৰে গলত ৰুমিয়াই নিসেধ কৰাত ৪ জুনত জেনৰল উদিনো সেনাপত্তিএ বৰ টোপ ৰম গোলাৰে সৈতে নগৰক মাৰিবলৈ ধৰিলে। পাচৰ দিনত ৰুমিয়াই ওলাই অনেক সেনা আৰু ১২ জন সেনাপত্তিক মাৰিলে। ১৬ তাৰিখলৈকে ফ্ৰাঞ্চিএ গুলিয়াই গুলিয়াই আচিল; তাতে নগৰৰ গৰত এটা বাট কৰা হলত সোমাব পাৰিলে, তথাপিও তেতিয়া সোমোআ নাই। আৰু চেন্তপিতৰ নামে প্ৰধান গির্জা, আৰু পাপাৰ ৰাজ ঘৰ, আৰু চেন্তেঞ্জেলো বৰ কোঁঠ, এইবিলাকৰ তলত ৰুমিয়াই বহু খাৰ লুকাই, ফ্ৰাঞ্চিএ জদি সোমাই খাৰত জুই লগাই গোটেই খন নগৰ পুৰি নষ্ট কৰিম, এনে আলচ কৰি বাট চাই আচে।

পাচে ১ জুলাই তাৰিখত ৰুমিয়াই আৰু নিবাৰন কৰিব নোঅৰাত ফ্ৰাঞ্চিৰ হাতত নগৰ খন সমৰ্পন কৰিলে, ২ জুলাইত ফৌজ আটাইবিলাক নগৰৰ ভিতৰলৈ সোমাল। সেই জুধত ফ্ৰাঞ্চিৰ হানি ১২০০।

ৰুমিয়াই সৈতে ফ্ৰাঞ্চ দেসাধিকাৰে ৰন কৰা হেতুকে ফ্ৰাঞ্চি ৰাজ মেলুআই কেতবিলাকে বেজাৰ পাই আপোনাৰ দেসাধিকাৰক গুচাই অন্য অধিকাৰ পাতিম বুলি ৰাজ দ্ৰোহৰ আলচ কৰাত ১৩ জুনত দেসাধিকাৰে সেনা পঠাই সিহঁতক ধৰি দণ্ড দিবৰ নিমিত্তে কইদত ৰাখি থলে। লিয়ন্স নগৰতো সেই ৰূপ আলচ কৰি ১৫ জুনত জুধৰ আৰম্ভন কৰিলে, তাতে ৰাজ সেনাবিলাকে দ্ৰোহিয়াবোৰক গুলিয়াই, ২৫০ পৰিল, আৰু ৮০০ বন্দিয়াৰ কৰি ৰাখিলে। ৰাজ সেনা মৰা খুন হোআ ৮০ আচিল।

জৰ্মানিৰ প্ৰজাবিলাকক দমন কৰিবলৈ প্ৰুচিয়া আৰু ৰুচিয়াৰ বহু সেনাই বাদন প্ৰদেসলৈ গলত ৰুমিয়াৰ সেনাপত্তি পুকৰ আৰু প্ৰুজাৰ সেনাপত্তি মিত্ৰৰ সন্ধি দুয়ো কেৰ্ফৰ্থাল গাঁৱত ১৫ জুন তাৰিখত লগ পাই দুদিন জুধ কৰি দুয়ো ফালে বহু মানুহ মৰিল। পাচে ২২ জুনত মিত্ৰৰ সন্ধি পৰাজই হৈ চুইচ দেসৰ বাচল নগৰলৈ পলাই গল।

জৰ্জি নামে হঙ্গাৰি সেনাপত্তিএ অষ্ট্ৰিয়াৰ পৰা বুদা নগৰ কাৰ্হি লবলৈ ৯ মেই তাৰিখত জুধ কৰি

বৰ টোপ মাৰিবলৈ ধৰিলে। ১৭ তাৰিখত নগৰ সোমাবলৈ ধৰাত ৫০০ মান মানুহ মৰি-লত ভাগি গল। পাচে ১৯ তাৰিখত আৰু ১০০ মান মানুহ মৰিল: কিন্তু যুধ কৰি থাকি ২২ তাৰিখত সোমাই নগৰ ললে। ৰুষিৰ সেনা মুঠে ৩০,০০০।

এদনবৰ্গ নগৰতো অস্ত্ৰিয়া আৰু হঙ্গাৰিএ লগ লৈ অস্ত্ৰিয়াক জিনিলে; অস্ত্ৰিয়াৰ মৰা, খুন হোআ, বন্দিয়াবলৈ নিয়া, মুঠে হানি ৪০০০ হল। সেই মাহৰ ১৩, ১৪, ১৫, এই তিনি দিনত ৰুষিএ অস্ত্ৰিয়া আৰু ৰুচিয়াৰ ফৌজে লৈতে যুধ কৰি সিইতক জিনিলে, অস্ত্ৰিয়া আৰু ৰুচিয়াৰ হানি ২০,০০০; হঙ্গাৰিৰ হানি ৮,০০০।

কালিফৰ্নিয়াৰ পৰা অহা এখন জাহাজত এজন মানুহে মাটিত পোআ ৪ সেৰ থকা এনে এডোখৰ সোন নুয়ৰ্ক নগৰত দেখালত সকলো মানুহে বৰ আচৰিত গিয়ান হৈচে। ‖

---

গুআহাটিত হোআ বিবাহৰ কথা।

মোকাম গুআহাটিৰ পৰা এক পত্ৰত আমালৈ এই বাত্ৰা লিখচে, যেনে, আগষ্ট মাহৰ ১৮ তাৰিখে শ্ৰীযুত লেপ্‌টেনেণ্ট এইচ্‌. এচ্‌. বিবাৰ চাহাবে শ্ৰীযুত জেই কেল্‌চো চাহাবৰ বৰ জিএক শ্ৰীমতি এমিলি জেইন মেম চাহাবক সেই জিলাৰ সকলোএ জনাকৈ বিবাহ কৰিলে। বিবাহৰ সময়ত শ্ৰীযুত কমিস্যনৰ বৰ চাহাব, আৰু ডিপুটি কমিস্যনৰ চাহাবকে আদি কৰি সকলো চাহাব মেম চাহাব লোকে একে মনে অতি আনন্দিত হৈ, দৰা কন্যা সমনিতে গুআহাটিৰ বৰ পকি কম্পানি গিৰ্জা ঘৰত সোমাই, মাত্ৰ পৰ্হি শ্ৰীযুত পাদুৰি বিলাও চাহাবৰ দোআৱাই ঈশ্বৰৰ আগ্যাৰ দৰে বিবাহ কৰোআ হল। বিবাহৰ পাচত গুআহাটি ৰেগু, অৰ্থাত পল্টনৰ জি অনেক বিধ ইংৰাজি বাজনা আচে তাকো বজাই বৰকৈ প্ৰসন্ন্যা কৰিলে; পাচে কন্যাৰ বাপেকৰ ঘৰত সকলো চাহাব মেম চাহাব লোকে লৈতে বৰ ভোজ খাই আনন্দ কৰিলে।

Letter from Lucien Hayden.

আমেৰিকালৈ জোআ এজন নগাঁও স্কুলৰ চাত্ৰৰ পৰা আমি এই বাত্ৰাৰ চিঠি পালোঁ।

বস্তন নগৰ মেই ১৮৪৯।

হে প্ৰিয় আৰু মান্যৱন্ত চাহাব,

আমাৰ প্ৰভু য়িচু খ্ৰিষ্টৰ অসিমা অনুগ্ৰহৰ কাৰনে আমাৰ সকলো ভাল, আৰু মই ভাবনা কৰোঁ জে তোমোলাক সকলো ভালে আচা। আমি তিনতা মহা সমুদ্ৰ পাৰ হলোঁহঁক, আৰু নিৰবিঘিনি ৰূপে এই অতি উত্তম দেস পালোঁহঁক। আৰু এতিয়া আমি তোমোলাকৰ পৰা ১৫,০০০ মাইলৰ আঁতৰ আচোঁহঁক। আমি পুব পচিম কাললৈ চাঁও, তথাপি আমাৰ জনমৰ ঠাই দেখা নে পাঁও। আমি তললৈ চাই মনত কৰোঁ জে প্ৰিথিবিৰ গোল আক্ৰিতিৰ কাৰনে অসম দেস আমাৰ ভৰিৰ তলত আচে আৰু আমি প্ৰিথিবিৰ একাল ভাগ হলোঁহঁক।

জেতিয়া সুৰ্জ পুব ফালে বাতি পুআ ওলাই, তেতিয়া আমি তাক সোধোঁ, আমাৰ অসম দেসত থকা ককাই ভাইবিলাকে কি কৰিচে? কেনে আচে? আৰু জেতিয়া সি পচিম ফালে মাৰ জাই. তেতিয়া আমাৰ পৰা আসিৰ্বাদ তোমালৈ লৈ জাবলৈ তাক কঁও; কিন্তু সি আমাক একো উত্তৰ নি দিএ। সেই কাৰনে এতিয়া মই তোমালৈ পত্ৰ লিখিচোঁ, জিহত মই ভাবনা কৰোঁ, আপুনি সন্তুষ্ট হবা। মই জে তোমাক পাহৰা নাই, আৰু জি সিখ্যা তুমি মোক দিসা সেই সকলোতে মই বৰ আনন্দিত আচোঁ, ইয়াকে জানিবা। অনুগ্ৰহ কৰি দয়ালু মেম চাহাবক মোৰ চেলাম দিবা; আৰু এই সকলো কথা জি মই আপোনালৈ লিখিচোঁ সেই সকলোকে সেই মণ্ডলিত জনাবা। আৰু জিবিলাক তালে আচে বুলি মই ভাবোঁ, সিবিলাকক কবা জে আমি দেখা সকলোতকৈ অসম দেসত থকা মানুহ বৰ অগিয়ানি। সিবিলাকত কবা জে কলিকতাত ভালেমান মিস্যনেৰি স্কুল আচে, আৰু আপোন দেসৰ খ্ৰিষ্টিয়ান আৰু ধৰম প্ৰচাৰক, আৰু সকলোএ ইংৰাজি ভাষা জানে, আৰু সিইঁত গিয়ানি আৰু উত্তম হৈ জাব।

কিন্তু জি ইংৰাজি মানুহ সত্য ধৰম লই সেই-

বিলাক আমাৰ উত্তম বন্ধু; তাৰ বিষয়ে মই কলিকতাত ভালেমান প্ৰমান পালোঁ। সিইঁতে আমাক ভালেমান উত্তম সিখ্যা আৰু আপোনাৰ সিল্প বিদ্যা দিলে, আৰু জেতিয়া সিইঁতে আমাৰ দেসৰ কোনো জোগ্য মানুহ লগ পাই, তেতিয়াই তাক কোনো কৰম দিএ। এটা সৰু নিগনি সদাই চন্দুকত বাস কৰিছিলে; সি কোনো এদিনা বাট কৰি চন্দুকৰ বাজলৈ চাই আচৰিত মানি কই, মই নে জানিলোঁ জে জগত ইমান ডাঙ্গৰ। ঠিক এই দৰে মই ভাবিবলৈ উচিত দেখিছিলোঁ জে আসম আৰু ভাৰত বৰ্স হই জগতৰ অৰ্ধেক ভাগ। তথাপি মই প্ৰত্যেক দিনত ১১২ মাইল গলোঁ, এইমান বেগাই জাত্ৰা কৰি কৰি থাকি চাৰি মাহৰ মুৰত এই আমেৰিকা দেস পালোঁ। জদি ইস্বৰে মোৰ প্ৰানক কুসলে ৰাখে, মই তোমালৈ এই দেসৰ খবৰ লিখিম। অনুগ্ৰহ কৰি মোলৈ লিখিবা, আৰু ওৱৰলান্দ ডাকে দি পঠাবা, জেন মই সিঘ্ৰে সিঘ্ৰে মোৰ জনমৰ ঠাইৰ খবৰ কথা বাত্ৰা সুনিব পাৰোঁ।

তোমাৰ প্ৰিয় লৰা,
লুচিএন হেইডন।

---

## কুকুৰ আৰু সিয়ালৰ কথা।

**The Dog and the Jackal.**

কোনো এদিনা এটা কুকুৰে তাৰ গৰাকিৰ ঘৰ এৰি হাবিত ফুৰিবলৈ গল আৰু তাতে এক সিয়ালে সৈতে তাৰ দেখা দেখি হল। সিয়ালে বুলিলে কেনে আছা, কুকুৰ ভাই? কুকুৰে বুলিলে, মইতো ভালে আছোঁ, তুমি কেনে আছা? সিয়ালে বুলিলে আছোঁ ভাল; হে ভাই, তোমাৰ সৰিল ভৰপুৰ আৰু নোমবোৰ সুন্দৰ, চিকন দেখিছোঁ, ইয়াৰ কাৰন কি? কি জানি তুমি সুখেৰে কাল নিউআ। কুকুৰে বুলিলে হই, মোৰ গৰাকিৰ ঘৰত সুখে আছোঁ, একো বন কৰিব নে লাগে, কোনো দুখো নাই, আৰু দিনে দিনে ভাল ৰূপে ভাত খাবলৈ পাঁও, আৰু কেতিয়াবা কেতিয়াবা ওৰে দিনটো সুই থাকেঁ; মোৰ লগত জোআ জদি, বলা, তাতে মোৰ জেনে, সেই ৰূপ তোমাৰো হব। সিয়ালে বুলিলে হই নে? এনে সুখৰ কথা সুনি তোমাৰ লগত জাবলৈ মোৰ প্ৰাই ইচা হই, কিন্তু সুনা, এই জি দেখোঁ, তোমাৰ গাত এটা খা আছে ই কিহৰ নিমিত্তে? কোআচোন। কুকুৰে কলে, ই একো ন হই, সেই দিনা মই গৰাকিৰ কাঁহিত বাহিঁ থোআ ভাত দেখি খাবলৈ ধৰিলোঁ, তাতে গৰাকিএ দেখি লাখুটিৰে মৰিয়াই মোক বাহিৰৈ খেদিলে। সিয়ালে বুলিলে, আন কোনো সময়ত এনে অপমান আৰু পাইছিলা নে? কুকুৰে বোলে, হই, পাইছিলোঁ ন হই নো কি, বেলিএ বেলিএ মাৰ খাও, আৰু গৰাকিএ মোক কাঁহিত ভাত নি দি কেৱল খাই এবা আৰু মাচৰ কাঁইট সকল বোকাৰ ওপৰত পেলাই দিএ; আৰু কেতিয়াবা গৰাকিৰ লৰা মোৰ পিঠিত ঘোঁৰাৰ নিচিনাকৈ তুলি ফুৰাই। কিন্তু মই তাক কিচু হেন নে ভাবোঁ, কিয়নো মান কি অপমান বা কি? পেট ভৰাই খাবলৈ পালে আৰু বন ন কৰি থাকিবলৈ পালেই ভাল। এই কথা সুনি সিয়ালে এফলিয়া হৈ কুকুৰক বুলিলে, তেন্তে মই কেতিয়াও তোমাৰ লগত নে জাম; কাৰন, মৰন ভাল, অপমান ভাল ন হই; তুমি পৰৰ এবা খাই আৰু পৰৰ মাৰ খাই সুখি হোআ, মই কাৰো বন্দি ন হৈ হাবিত থাকি আপোন সুমেৰে জি পাৰ পাৰোঁ, তাকে খাই আপোনাৰ মান্য ৰখ্যা কৰোঁ, আৰু আপোনাৰ অধিকাৰ আপুনিএ হওঁ। এই কথা কৈ সিয়াল গুচি গল। ৰ. দ.



---

সৰপা মন মানুহৰ ভিতৰত বাহিঁ বাহিঁ জাই; প্ৰথমতে মকৰাৰ জালৰ দৰে, সেসত লোহৰ সিকলিৰ নিচিনা। জিমান সৰহ কাম কৰিবলৈ হই, ইমান সৰহকৈ ঢুকুআৰ পাৰে, কিয়নো তাতে আপোন সময়, অৰ্থাত ঘন্টা আৰু মিনিটবোৰ, ৰাখিবলৈ সিকে।



জিৰাফ, অৰ্থাত নাহৰ ফুটুকিয়া পহুৰ বচ্চা।

# জিৰাফ, অর্থাত নাহৰ ফুটুকিয়া পহুৰ বিবৰন।

**The Giraffe, or Camelopard.**

এই অতি সুন্দৰ পহু আফ্রিকাত পোৱা যাই। তাৰ চাল নাহৰ ফুটুকি বাঘৰ নিচিনা ফুটুকা ফুটুকি, আৰু গাটো উটৰ নিচিনা দেখি নাহৰ ফুটুকিয়া উট বুলি কই। তাৰ গাৰ পাচ ভোখৰ চই হাত মান ওখ, কিন্তু তিজি বৰ দিঘল, আৰু আগ ঠেঙ্গৰ পোনে পোনে তিজিটো ওপৰলৈ টিঙ্গ হৈ থাকে, আৰু মাটিৰ পৰা মুৰলৈকে ১১। ১২ হাত মান ওখ কিন্তু কেতিয়াবা তাতকৈও অধিক। মুখৰ পৰা নেগুৰৰ আগলৈকে ১৪ হাত মান দিঘল, তাৰ মুৰ ঘোঁৰাৰ নিচিনা অলপ দেখা যাই, কিন্তু কান গৰুৰ সমান তাঙ্গৰ আৰু তাৰে নিচিনা। মুৰৰ ওপৰত পহুৰ দৰে চাল লগা টুটি সিঙ্গ দুটা থাকে, আৰু সেই সিঙ্গৰ আগত এঠোপা নোমো থাকে, পাচে যেতিয়া সি বুঢ়া হই তেতিয়া সেই সিঙ্গৰ ওপৰৰ নোম সৰি পৰে। নেগুৰৰ আগতো সেই দৰে এঠোপা নোম থাকে। তাৰ খুঁৰা গৰুৰ নিচিনা, আৰু গৰুৰ দৰে ঘাঁহকো পাগুলে। যেতিয়া সি মুৰ খোজে তেতিয়া আঁঠু কাহিঁহে মুৰ পাবে। গচৰ ঠাল সি অধিককৈ খাই। তাক মানুহে ধৰিলে সোনকালে জাতি হই; আৰু সি সদাই নম্র, কাকো একো হিংসা ন কৰে; কিন্তু কোনো জন্তুএ তাৰে সৈতে যুধ কৰিবলৈ গলে, সি জদি সেইবোৰৰ পৰা পলাব নোআৰে তেন্তে ঘোঁৰাৰ নিচিনা পাচ ঠেঙ্গেৰে ইমান ঘনকৈ লাঠিয়াই তাতে আন জন্তুএ তাক ধৰিবই নোআৰে। সি বেগে লৰ মাৰিব পাৰে, জদি বৰ চোকা ঘোঁৰা ন হই তেন্তে তাক লগ পোৱা অসাধ্য।

১৮৩৬ সনত জিৰাফ বিচাৰি ধৰিবলৈ টাইবৌ চাহাবে বহু আৰৱ মানুহক লগত লৈ ঘোঁৰাই সৈতে খেদি জিয়াকৈ ধৰিবলৈ নোপোৱাত. দুটা তিনটা মাৰিলে; তাতে আৰৱ মানুহে সিইতৰ মঙ্গহ খালে আৰু চাহাবেও খাই বৰ সোআদ বুলি কলে। খাবৰ নিমিত্তে আৰৱ লোকে খেদি মাৰে, আৰু চালেৰে ভৰিৰ কানটি আৰু কঁকালৰ বৰটি সাজে। টাইবৌ চাহাবে চাইটা জিয়াকৈ ধৰিলত বহু জতনেৰে ভ্রমণ কৰি ইংলণ্ড দেসলৈ নিলে, তাতে বহু মানুহে কপ দি চাবলৈ গৈছিল।

১৮৪৭ সনত এটা জিৰাফ পহু ফ্রাঞ্চ দেসলৈ নিছিল, আৰু কোনোএ নে দেখা এনে সুন্দৰ পহু সেই দেসলৈ আনি পোআইচে বুলি সুনি কাঞ্চি মানুহ সকলে বৰ বিস্মই মানি অতি আনন্দ হল। পাৰি নগৰলৈ জাঁওতে বাটত থকা নগৰ আৰু ভাঙ্গৰ গাঁৱৰ পৰা লোকবিলাকে সিইতৰ প্রধান মানুহক তাক দেখিবলৈ আৰু বাটত আগ বঢ়াবলৈ পঠাই দিছিলে। আৰু পাৰিৰ পৰাও জন চাৰেক মানুহ আৰু পণ্ডিতবিলাকে তাক আগ বাঢ়ি আনিবলৈ গৈছিল; আৰু মানুহবিলাকে তাক চাবলৈ জাঁওতে হেঁচা হেঁচি কৰি ন ধৰিবলৈ চিপাহিবোৰে চাৰিও ফালে ফুৰি ৰখি আছিল। মিচৰ দেসৰ পৰা নিঁওতে তাক বাটত গাখিৰ দিবৰ নিমিত্তে তিনি জনি গৰু নিছিল, সেই গৰুবোৰক তাৰ পাচে পাচে এখান গাঁৰিত তুলি নিলে। পাতৰ আৰু সোনৰ কাপৰ তাৰ গাত দিছিল, আৰু বৰ ঐশ্বর্জ্যৰে মর্জ্জতাকৈ এখান বাৰিৰ ভিতৰত থকা এটা বৰ ঘৰলৈ নিলে। সপ্তাহ চাৰেকলৈ পাৰি নগৰৰ আৰু চাৰিও ফালৰ ওচৰৰ নগৰ আৰু গাঁৱৰ পৰা নিতে পতি জিৰাফ চাবৰ নিমিত্তে বহু মানুহে গৈছিল। সেই বাৰিৰ কেৱল এক দুআৰলৈ আন দিন কৈ প্রাই ১৩,০০০ মান মানুহে নিতৌ নিতৌ এক মাহ মানলৈকে গৈ আছিল। আৰু যবৰ পৰা নিতৌ পতি জিৰাফক বাৰিত ফুৰাবলৈ নিয়া সময়ত ১০,০০০ মান মানুহে তাক চাবলৈ বাৰিৰ চাৰিও ফালে বেৰি ধৰি আছিলে। সপ্তাহে সপ্তাহে তাৰ এক নতুন নকচা লিখি চাপিছিল, আৰু তাৰ চালৰ নিচিনা ফুটুকা ফুটুকিকৈ বুতা, হাতৰ মুজা, কাপৰ, মেম লোকৰ টুপি, আৰু কিতা আদি বনাইছিলে; আৰু তাৰ নকচা টেমা, বিচনি আৰু আন আন সক বস্তুৰ ওপৰত লিখি দিলে।

সেই জিৰাফ পহু এইমান ঐশ্বর্জ্য ৰূপে থকাতো তেও আপোন দেসৰ মানুহলৈ মুঁৱৰে, আৰু জেতিয়া মিচৰ দেসৰ দুই তিনি জন মানুহ সেই নগৰ পাই তাৰ ওচৰলৈ আহিছিল তেতিয়া জি-

ৰাকে মনত বৰ ৰঙ্গ পাই একে বেলিএ সেই মিচৰিয়াৰ ওচৰলৈ গৈ সিইঁতৰ মুখত আৰু পাগুৰিত ভিৰাৰে চেলেকিলে; কিন্তু টুপি পিন্ধা মামুহক সেই দৰে কেতিয়াও কৰা নাই।

বৰ্ত্তমান বচৰত কলিকতাৰ ওচৰত বাৰকপুৰত শ্ৰীযুত গবৰ্নৰ জেনৰল চাহাবৰ বাৰিত এনে পহু এটা দেখা পালো। এতিয়া ইংলণ্ড দেশত থকা এই পহুৰ নকচা পোআলিএ সৈতে আন পিটিত লিখা আছে।

---

## অসম লৰা আমেৰিকালৈ জোআৰ কথা।

**Visit of two Assamese to America.**

হে অসম দেশি লোকবিলাক সুনা, প্ৰায় সকলোএ জানে ইংলণ্ড নামে সমুদ্ৰৰ সিপাৰে এখন বৰ দেশ আছে। বঙ্গাল কলিকতাৰ পৰা তালৈকে জাহাজেৰে অহা জোআ কৰোঁতে প্ৰায় দহ মাহ বা এবচৰ মানৰ বাট হয়। আৰু সেই ইংলণ্ডৰ পৰা আটলান্তিক সাগৰ পাৰ হৈ ১৫০০ ক্ৰোচৰ দূৰৈত আমেৰিকা নামে পচিমৰ মহা উপদিপ আছে। প্ৰায় দুস ত্ৰিচ বচৰৰ আগেএ ইংলণ্ডৰ পৰা কোনো কোনো লোক আমেৰিকালৈ পাৰ হৈ তাতে নিবাস কৰিলে, পাচে ইংলণ্ড আৰু আন ইউৰপিয়া দেসৰ পৰা আন বহু মানুহে তালৈ গৈ নিবাস কৰিলে আৰু এতিয়া সেই আমেৰিকা মিল দেস বৰ সক্তিমন্ত আৰু গিয়ানবন্ত হৈছে আৰু তাতে প্ৰায় ৩,০০,০০,০০০ মানুহ হয়। অসম দেশত থকা মিস্যনেৰি অৰ্থাত পাদুৰি চাহাব লোক সেই আমেৰিকাৰ পৰা আহিল, এতিয়া সবিল বস্থ হবৰ নিমিত্তে তাৰে কোনো কোনো নগাঁও আৰু সিবসাগৰত থকা চাহাব মেম চাহাব লোক সি বচৰত গৈছিলে আৰু নগাঁও জিলাৰ মিস্যন স্কুলৰ পৰা শ্ৰীধনিৰাম নামে আৰু শ্ৰী সিৱৰাম নামে এই দুজন অসম লৰা তেওঁবিলাকৰ লগত আমেৰিকা দেস পালেগৈ। সিইঁতে জাওঁতে মহা সাগৰৰ ওপৰত জি জি দেখিলে তাৰে দুই এক কথা আমালৈ লিখিলে, বোলে জেতিয়া কলিকতা এৰি গঙ্গা সাগৰে দি গৈ মহা সাগৰত ওলালোঁ তেতিয়াৰ পৰা মাটি গচ, বন আদি এইবোৰ অনেক দিনলৈকে একো দেখিবলৈ নে পালোঁ; কেৱল ওপৰত বেলি, আকাস, আৰু তলত সমুদ্ৰৰ পানি মাথোন, আৰু সেই পানিবোৰ দেখিবলৈকো নিলৰ বৰন আৰু সোনৰ নিচিনা চোকা সোআদ মুখত দিলে বাঁহি আহিব খোজে, আৰু তাত থকা বৰ বৰ মাচ জেনেকৈ অৰুনোদইত তিমি মাচৰ কথা লিখা আচে এনে অনেক স মোন তেল ওলোআ বৰ বৰ ডাঙ্গৰ মাচ দেখিলোঁ আৰু এবিধ জাকে জাকে উৰি ফুৰা মাচ দেখিলোঁ, আৰু কৈচে বোলে, সেই উৰি ফুৰা মাচৰে কোনো মতে এটা ধৰি চিচাত ভৰাই থৈচে আৰু অসম দেসলৈ আনিব খুজিচে। আৰু কৈচে বোলে, এদিন বতাহ হোআত সাগৰৰ ঢৌ পৰ্বতৰ সমান ওখ হৈ উঠিচিল তাকে দেখি আমি বৰ বিস্মই মানিলোঁ, জাহাজ ইমান ডাঙ্গৰ আৰু ওখ হলেও তথাপি সেই ঢৌৰ পানি জাহাজৰ ওপৰে দি ইফালৰ পৰা সিফালে চেল চেলি থাই পৰেগৈ সেই দৰে হোআত কোনো বেলি জাহাজত পানি অতি বেগতে কৰকৰ মান হয়, কিন্তু জাহাজৰ অনেক পানি জোআ নলা আচে দেখি বেগতে পানি গৈ চুকাই সেই ৰূপে পানি জোআ নলা ন থকা হলে আমি এবেলিৰ ঢৌতে জাহাজে সৈতে তল গলোহঁতেন, জাহাজৰ নিমিত্তে ৰথ্যা পালোঁ এনেকৈ নে বোলোঁ কিন্তু আমাক পৰম ইশ্বৰেহে ৰাখিলে, এই নিমিত্তেহে আমি মহা সাগৰ পাৰ হৈ আমেৰিকা দেসৰ বস্তন নগৰ পালোঁহি।

সিইঁতে লিখিচে বোলে হে অসম দেসৰ প্ৰিয়বিলাক, আমি আপোন দেসৰ পৰা জাত্ৰা কৰি জি দেস দেখিবলৈ আসা কৰি আহিছিলোঁ, সৰ্ব্বসক্তিমান পৰম ইশ্বৰৰ অনুগ্ৰহত এতিয়া সেই দেস দেখিবলৈ পাইচোঁ। কিন্তু ইয়াৰ মাজত অসম মানুহ আৰু অসম কথা আমি দুই তাইত বাহিৰে আৰু দেখিবলৈ নেপাওঁ প্ৰায় সকল চাহাব লোক মাথোন, এই নিমিত্তে আমাৰ অসম দেসলৈ সদাই মনত পৰি থাকে; তথাপি গিয়ান আৰু গুন, মানুহলৈ মৰম, আৰু ধৰমলৈ ইচা এই দেসৰ মানুহৰ অধিক, এই দেসলৈ চালে আমাৰ দেস নিচই একেবি হেন জানো, আৰু এই দেসৰ নিচিনা গিয়ানি অসম দেসত এজনো নাই হেন গুনো, আৰু এই দেসলৈ চালে অসম দেস নিচই এন্ধাৰেৰে পুৰ হৈ থকা জেন দেখো, এই নিমিত্তে আসা কৰো জেন এইবোৰ দেসৰ নিচিনা আমাৰ অসম দেসো হব, এনে প্ৰাৰ্থনা কৰো।

এতিয়া দেখা, পৃথিবিৰ তলত জি আমেৰিৰ

দেশ সেই দেশলৈ কোনো কালতো অসম মানুহ জোৱা নাই, কেৱল কোনো জাত্ৰিএ গঙ্গা সাগৰ আৰু জগন্নাথলৈ মাথোন গৈছে, তাত বাহিৰে আন কোনো বিলাতি দেশ দেখা নাইগৈ কেৱল এই দুজন লৰাহে কম্পানিৰ দিনত এতিয়া এই প্ৰথমবাৰ আমেৰিকা দেশ দেখিলেগৈ। দেখা, পৰম ইশ্বৰে জদি কম্পানিৰ আমোল সদাই কুশলে ৰাখে, তেন্তে এতিয়া জেনেকৈ দুখিয়া আৰু অগিয়ানিবোৰক মৰম কৰি দেশবোৰৰ ঠায়ে ঠায়ে স্কুল পাতি অনেক টকা খৰচ কৰি বিনা মোলে বিদ্যা সিকাইছে। আৰু লোকবিলাকেও এনে উত্তম গিয়ান সিকাবলৈ আপোন সন্তানবোৰক উদগাইছে। সেই ৰূপে দেশবোৰলৈকো অহা জোৱা কৰিবলৈ নিসংসই হব, আৰু আন দেসবোৰ জেনেকুৱা গিয়ানি আৰু স্বৰূপ ধৰম পোৱা হৈছে সেই ৰূপে এই সকল দেসো ভাল হব। তথাপি কিছু দিন পলম, কিয়নো ইশ্বৰৰ বাক্য অনুসাৰেহে সেই সকলো কাল পূৰ হব। আগৰ কালৰ এই অসম দেসৰ কথা আমি কোনো কোনোৰ মুখে সুনিচোঁ, বোলে, অসম মানুহৰ ৰিতি জেতিয়া কোনো মানুহ জাত্ৰা কৰি দুই তিন দিনৰ বাটৰ আঁতৰলৈ জাব খোজে তেতিয়া জাত্ৰাৰ কালত তাৰ ঘৰৰ পৰিয়ালবোৰে হাঁহ কুকুৰা মাৰি তাৰে সৈতে একে লগে দেখা দেখিকৈ ভাত খাই, আৰু তাৰ তিৰোতাই হাতৰ কানৰ অলঙ্কাৰবোৰ সোলোকাই থই, কিয়নো সি অনেক দুৰৈৰ বাট জাই, কি জানি তাতে মৰে এনে সংসই কৈ মৰণৰ তুল্য সোক আৰু ক্ৰন্দন কৰিহে সেই দুই তিন দিনৰ বাটলৈকে জাই; দেখা ইমান ভয়েৰে বৰ সাগৰ পাৰ হৈ আগৰ কালৰ সাহ নাই কিয়া লোকবিলাকে চমাহৰ বাট কেনেকৈ জাব পাৰিব? কিন্তু এতিয়া ইশ্বৰে পহৰ বাকিছে, আৰু আমালৈ দায়া কৰি গিয়ানি দেসাধিকাৰবিলাক দিছে। এই নিমিত্তে মানুহৰ আগৰ বৰ এন্ধাৰবোৰ লাহে ২ গুচি আহিছে আৰু মনো মুকলি হৈ গৈছে, আৰু মানুহবোৰৰ আপোন সন্তানক বিদ্যা সিকাবলৈকো মন গৈছে, আৰু আগতকৈ এতিয়া কিছু দুৰৈৰ বাটলৈকো অহা জোৱা কৰিবলৈ সাহ পাইছে। এই নিমিত্তে গুনিচোঁ, পাচলৈ কি জানি আমেৰিকা আৰু আমাৰ অধিকাৰবিলাকৰ দেস অৰ্থাত ইংলণ্ড আদি অনেক বিলাতি দেসবোৰলৈকো অসম মানুহ কেতিয়াবা অহা জোৱা কৰিব। কিন্তু দেখা, লোকে জাৰ নাম লেখ নাইকিয়া বুলি কয়, এনে মান্য হিন খ্ৰিষ্টিয়ান জি সৰু লৰা দুজনক লোকে উপকাৰ কৰি নিলত, সিইতে মৰন, আৰু দুখ কেলেস একোলৈকো চিন্তা ন কৰি কেৱল খ্ৰিষ্টৰ চৰনত আপোন সৰিল প্ৰান অৰ্পন কৰি অতি আনন্দেৰে গল, এতিয়া সিইত গলত, অসমিয়া লৰা আমেৰিকালৈ গৈছে বুলি নাম হব আৰু সিইতকে দেখি আগলৈ আন কোনো জাবলৈ ইচা কৰিলেও বৰ ভই গুচিল। ৰ. দ.

---

Almanac for September, 1849.

## চেপ্তেম্বৰ, অৰ্থাত আহিন, ১৮৪৯।

| বাৰ | চেপ্তেম্বৰ | ভাদ | সুৰ্য্যোদয় | সুৰ্য্যৰ মধ্যাহ্ন | সুৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যাহ্ন |
|---|---|---|---|---|---|---|---|---|
| স | ১ | ১৭ | ৫।৪২ | ১২।০ | ৬।১৭ | ১৪ | ২৩ | ২৩।৩৯ |
| দেও | ২ | ১৮ | ৫।৪৩ | ১১।৫৯ | ৬।১৫ | ১৫ | ২৪ | পুৱা |
| সো | ৩ | ১৯ | ৫।৪৪ | ১১।৫৯ | ৬।১৪ | ১৬ | ২৫ | ০।২৭ |
| ম | ৪ | ২০ | ৫।৪৫ | ১১।৫৯ | ৬।১৩ | ১৭ | ২৬ | ১।১৫ |
| ব | ৫ | ২১ | ৫।৪৫ | ১১।৫৮ | ৬।১২ | ১৮ | ২৭ | ২।৩ |
| বি | ৬ | ২২ | ৫।৪৬ | ১১।৫৮ | ৬।১১ | ১৯ | ১ | ২।৫৪ |
| সু | ৭ | ২৩ | ৫।৪৬ | ১১।৫৮ | ৬।১০ | ২০ | ২ | ৩।৪৫ |
| স | ৮ | ২৪ | ৫।৪৬ | ১১।৫৭ | ৬।৮ | ২১ | ৩ | ৪।৩৮ |
| দেও | ৯ | ২৫ | ৫।৪৭ | ১১।৫৭ | ৬।৭ | ২২ | ৪ | ৫।৩৪ |
| সো | ১০ | ২৬ | ৫।৪৭ | ১১।৫৭ | ৬।৬ | ২৩ | ৫ | ৬।৩১ |
| ম | ১১ | ২৭ | ৫।৪৮ | ১১।৫৬ | ৬।৫ | ২৪ | ৬ | ৭।৩০ |
| ব | ১২ | ২৮ | ৫।৪৮ | ১১।৫৬ | ৬।৪ | ২৫ | ৭ | ৮।২৮ |
| বি | ১৩ | ২৯ | ৫। | ১।৫৬ | ৬।৩ | ২৭ | ৮ | ৯।২৫ |
| সু | ১৪ | ৩০ | ৫।৪ | ১।৫৫ | ৬।২ | ২৮ | ৯ | ১০।২০ |
| স | ১৫ | ৩১ | ৫।৪. | ১।৫৫ | ৬।১ | ২৯ | ১০ | ১১।১৩ |
| দেও | ১৬ | আহিন | ৫।৫০ | ১১।৫৫ | ৬।০ | ৩০ | ১১ | ১২।২ |
| সো | ১৭ | ২ | ৫।৫০ | ১১।৫৪ | ৫।৫৮ | ১ | ১২ | ১২।৫১ |
| ম | ১৮ | ৩ | ৫।৫১ | ১১।৫৪ | ৫।৫৭ | ২ | ১৩ | ১৩।৩৮ |
| ব | ১৯ | ৪ | ৫।৫১ | ১১।৫৪ | ৫।৫৬ | ৩ | ১৪ | ১৪।২৫ |
| বি | ২০ | ৫ | ৫।৫২ | ১১।৫৩ | ৫।৫৫ | ৪ | ১৫ | ১৫।১১ |
| সু | ২১ | ৬ | ৫।৫২ | ১১।৫৩ | ৫।৫৪ | ৫ | ১৬ | ১৫।৫৭ |
| স | ২২ | ৭ | ৫।৫৩ | ১২।৫৩ | ৫।৫৩ | ৬ | ১৭ | ১৬।৪৪ |
| দেও | ২৩ | ৮ | ৫।৫৩ | ১১।৫২ | ৫।৫২ | ৭ | ১৮ | ১৭।৩১ |
| সো | ২৪ | ৯ | ৫।৫৩ | ১১।৫২ | ৫।৫১ | ৮ | ১৯ | ১৮।১৮ |
| ম | ২৫ | ১০ | ৫।৫৪ | ১১।৫২ | ৫।৫০ | ৯ | ২০ | ১৯।৬ |
| ব | ২৬ | ১১ | ৫।৫৪ | ১১।৫১ | ৫।৪৯ | ৯ | ২১ | ১৯।৫৪ |
| বি | ২৭ | ১২ | ৫।৫৪ | ১১।৫১ | ৫।৪৮ | ১০ | ২২ | ২০।৪২ |
| সু | ২৮ | ১৩ | ৫।৫৫ | ১১।৫১ | ৫।৪৭ | ১১ | ২২ | ২১।৩০ |
| স | ২৯ | ১৪ | ৫।৫৫ | ১১।৫০ | ৫।৪৬ | ১২ | ২৩ | ২২।২০ |
| দেও | ৩০ | ১৫ | ৫।৫৫ | ১১।৫০ | ৫।৪৫ | ১৩ | ২৪ | ২৩।৬ |

পুৰ্নিমা ২ দিনৰ ১১।৩৫ ভাটি।

আমাৱাস্যা ১৬ দিনৰ ১০।২০ ভাটি।

২ চেপ্তেম্বৰত নিসাৰ ১০।৫ ঘণ্টাৰ পৰা মানিশাৰ ০।৫১ মিনিটলৈকে চন্দ্ৰৰ সৰ্ব্বগ্ৰাহ।

// অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোঙা। মোং সিৱসাগৰ, চেপ্তেম্বৰ ১৮৪৯ খ্রিং অং সঁক। নম্বৰ ৯।

VOL. IV. SIBSAGOR, ASAM, SEPTEMBER, 1849. No. 9.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

ভাদ মাহত আমগুৰি মৌজাত এটা মহত মানুহে উঠি লৈ জোআত বাটতে বৰগ পৰি মানুহটৰ মুৰৰে পৰা চুচৰি অহাত বুকলৈকে চাল গৈ মহৰ আগ চেকআই সোমোআত একে খোজতে মহ আৰু তাৰ ওপৰৰ মানুহ দুয়ো পৰি মৰিল।

সেই মাহতে বচাত এক বামুনৰ গাত বৰগ পৰি মুৰে দি সোমাই মুৰ দুফাল কৰি মাৰিলে।

গুআহাটিত ২০ চেপ্তেম্বৰ তাৰিখে কম্পানি পাদুৰি শ্ৰীযুত ৰবৰ্ত বিলাণ্ড চাহাবৰ দোআৰাই শ্ৰীযুত পাদুৰি চি. হেচল্মায়ৰ চাহাবে শ্ৰীমতি স্যোফৰ্চ মেম চাহাবক বিবাহ কৰিলে; সিবিলাক দুয়ো জৰ্মানি লোক। আৰু সুনিচোঁ বোলে, সিবিলাকে জিলা তিবুৰু গৰতে থাকিব।

গুআহাটিৰ পৰা এক পত্ৰত লিখিচে বোলে, আগষ্টৰ ১০ তাৰিখে এটা ফকিৰ এক মুচিয়াৰৰ ঘৰৰ পিৰালিত ৰাতি সুই আচিল, তাতে মুচিয়াৰে ফকিৰৰ ধন পাবৰ আসাৰে তাৰ জোতা সিয়া এক বহল মুখিয়া দিঘল বিন্ধনাৰে ফকিৰৰ পেটত খোঁচ মাৰি বধ কৰিলে। পাচে কেতবোৰ চালৰ ভিতৰত মুচিয়াৰে লুকাই থোআ ৫৭ টকা ৰূপ, আৰু ৬ টা সোনৰ মোহৰ পালে। বধ কৰোটাক ধৰি বিচাৰ পতিএ সোধ কৰিব খুজিচে।

মান্দ্ৰাজৰ সমাচাৰ পত্ৰত এই বাত্ৰা লিখিচে, ত্ৰিচিনপলি নগৰৰ সদৰ সেনানত মানুহবিলাকে পুজা কৰিবলৈ সৰহকৈ উঠিলত কোনো কথাত উচাৰ খাই তেও মাৰি ইটে সিটৰ ওপৰত ঠেলা ঠেলিকৈ তললৈ পৰাত ৪০০ মান মানুহ মৰিল।

কলিকতা নগৰৰ জি হস্পিটলত হাতেৰে আৰি মানুহক অচেতন কৰি দুখ নো পোআকৈ কাটি ৰোগ গুচাই, তাতে চ মাহৰ ভিতৰত ৩১৪ মানুহ সোমাই সিইতৰ দুটা মাথোন মৰিল, সিবোৰ ডক্তৰ এচ্দেল চাহাবৰ দোআৰাই বস্ত কৰা হল। আৰু বলিয়া হোআ ৩৭ মানুহকো আনিলত সেইবিলাকক জৰাত ৮ টা বস্ত কৰা হল, ৩টা মৰিল, সি কেইটা তেনেই আচে। সেই হস্পিটালৰ খৰচ মাহে মাহে ৩১৭ টকা হৈচে, তাতে ৰুগিয়া মানুহে একো নি দিয়াকৈ সোমাব পাৰে।

মুলতান দেসৰ ৰবি আৰু চেনাৰ নদি বাঢ়ি গাঁও নগৰ আদি বুৰাই অনেক বস্তু নষ্ট কৰিলে।

প্ৰথম আগষ্ট তাৰিখত শ্ৰীমতি মহা ৰানিএ ইংলণ্ডৰ পৰা ভাপ জাহাজে দি গৈ পাচৰ দিনা আয়ৰলণ্ড দেস পালেগৈ। তাতে সকলো প্ৰজাই বাত্ৰা সুনি দেখা দেখি হবলৈ খেদি আহি জয়ধনি কৰি বৰ আনন্দিত হল।

১০ জুলাই তাৰিখত অষ্ট্ৰিয়াৰ সেনাপতি জেলাচিচে হঙ্গাৰি সেনাই যুধলৈ অহা সুনি হুহকি জাঁওতে অকস্মিতে সিবিলাকৰ সৈন্যৰ মাজত পৰাত সিবিলাকে চাৰিও ফালে একে বেলিএ আক্ৰমন কৰিলে, তাতে তাৰ অনেক সেনা হানি হলত অষ্ট্ৰিয়াই হাৰিল।

হেনৌ নামে অষ্ট্ৰিয়াৰ এক সেনাপতিএ হঙ্গাৰি ৰাজ নগৰ লৈ, জি কোনোএ অষ্ট্ৰিয়াৰ অমাত্তি হই, মুনিহ বা তিৰোতা জি হওক, সকলোকে একে খেনতে কাটিবলৈ সেনাবোৰক আগ্যা দিচে। ইউৰপৰ মাজত অনেক কালৰে পৰা এনে

কঠিন অসভ্য কথা সুনা ন গল। আৰু সেই নগৰত থকা য়িহুদি লোকক সেনাবোৰৰ নিমিত্তে ৪৮,০০০ চোলা, ৬৪,০০০ ঠেঙ্গা, ১৫,০০০ জোতা আদি কৰি লোআ পিন্ধা বস্ত্ৰ আৰু সজোআ পৰোআ ৬০০ ঘোঁৰা ভেঁটি দিবলৈ আগ্যা কৰিচে। পাচে সেই নগৰত ৰজাৰ অহিতে আৰু কও কোনো কন্দল লাগিলে গোটেই খন নগৰ পুৰিম বুলি জনাইচে।

ৰুচিয়াৰ সেনাপতি পাস্কিবিত্যো হঙ্গাৰি সেনাপতি জৰ্জিক জুধ কৰিবলৈ অহাত জৰ্জিএ কমন নগৰৰ পৰা ওলাই ১২ জুলাইত বৈত্চেন নামে এক ঠাইৰ ওচৰত ৰুচিয়াক লগ পাই সিহঁতক পৰাজই কৰি ৬০০ মানুহক মাৰিলে।

আমেৰিকা দেসৰ চিঞ্চিনাতি নগৰত জুলাইৰ প্ৰথম ৭ দিনৰ ভিতৰত মাউৰে ১১০০ মানুহ মাৰিলে। চেন্তলুই নগৰতো ৭ দিনৰ ভিতৰত ৮০০ মৰিল। ঠায়ে ঠায়ে মাউৰ বিয়াপি জোআ দেখি আমেৰিকা দেসাধিপতিএ সকলো লোকে ইস্বৰক প্ৰাৰ্থনা কৰিবৰ নিমিত্তে এদিন থিৰ কৰিবলৈ নিবেদন কৰি জনাইচে।

আটলান্তিক সাগৰত ১৭৭ জাত্ৰি লোকে সৈতে চাৰ্লচ বাৰ্তলেত নামে এখান জাহাজ পচিম ফাললৈ জাঁওতে ২৭ জুন তাৰিখত ভাৰৰিয়া এন্ধাৰ হোআ কালত সকলোবোৰে জাহাজৰ ওপৰত নাচি বাগি ৰঙ্গ কৰি আচিল; এনে সময়ত আমেৰিকাৰ পৰা অহা ইউৰপা নামে এখান বৰ ভাপ জাহাজে অকস্মিতে ওলাই আহি তাত খুন্দা খাই ভাঙ্গি তললৈ হেঁচি নিলে। তাতে সকলো মানুহ পৰি ৪০ জন ভাপ জাহাজত উঠিবলৈ পালে, অৱসেস আটাইবিলাক তল গৈ মৰিল।

আয়ৰলণ্ড দেসৰ গিয়ানি লোকৰ সমাজলৈ বাৰ্কৰ নামে এজন ডক্তৰ চাহাবে এপ্ৰিল মাহত মহিৰ দৰে কলা পানি এচিচা পঠাই দি তাৰ এই বাত্ৰা কৈচে; ১৪ তাৰিখত কাৰ্লো নগৰৰ চাৰিও ফালে ২০ মাইলৰ বাটলৈকে এই ৰুপ কলা পানি বৰখিলে। সেই বৰখুনৰ আগেয়ে দিনতে কিতাপ পৰ্হিব নোঅৰাকৈ বৰ এন্ধাৰ হল, পাচে বিদুলিৰে সৈতে সিলাবৃষ্টি হল, কিন্তু মেঘৰ গাজনি নু সুনিলে; তাৰ অলপৰ পাচে সেই মহি বৰখিলে, তাৰ অতি দুৰ্গন্ধ। ইয়াৰ কাৰন গিয়ানিএও নু বুজিলে।

লণ্ডন নগৰত ৰবৰ্ত্তচন নামেৰে এটা চোৰে এঘৰৰ ওপৰ খোটালিত সোমাই ৰুপৰ বাচন কেতবোৰ চপাই লওতে গৰাকিএ সাৰ পাই উঠিলত সি খিলিকি দুআৰে দি জাঁপ মাৰি টাটিৰ গোঁজত পৰি সালত দিয়া জেন হল; বৰ দুখেৰে তাৰ পৰা সোলোকাই নামি, একেৰিমানৰ পাচে মৰিল।

ওএমত নগৰৰ এজনি চোআলিএ এটা মৰি সালিৰ ওচৰত জাঁওতে তাৰ জেওবাৰ ভিতৰৰ পৰা কুকুৰে ওলাই ভুকাত তাই অত্যন্ত ভই কৰি আপোনাৰ ঘৰলৈ বেগাই লৰি গৈ হাম খুৰি খাই মুচিত্ত হৈ পৰিল; পাচ দিনা মৰিল।

৩ এপ্ৰিলত হানা নামে এখান জাহাজ জাত্ৰি লোকে সৈতে কুইবেক নগৰলৈ জাবৰ নিমিত্তে নিউবৰি নগৰ এৰি গলত ২৯ তাৰিখত ওপঙ্গি থকা বৰ পানি সিল এটা পাই তাৰ কোনত জাহাজ উঠি ভাগিল। তাতে কাপ্তানে আপোনাৰ গোটা চাৰেক মানুহে সৈতে সৰু নাও লৈ গল; অলপ মানৰ পাচে জাহাজ পানিৰে ভৰি তল জোআত জাত্ৰি কেতবিলাক পানিত পৰি মৰিল, কেতবিলাকে সিলত উঠি নিৰুপাই হল। কিন্তু নিচান হবৰ নিমিত্তে এখান কাপৰ পতকা আৰি দিলত নিকৰাগুআ নামে এখান জাহাজৰ মানুহে দুৰৰ পৰা দেখি আহি সেইবিলাকক পাই ১২৯ জনক ৰখ্যা কৰিলে। সৰু নাৱত উঠি জোআ কাপ্তানৰ কি অৱস্থা হল, তাৰ বুজ নে পালে।

১৬ চেপ্তেম্বৰত আমেৰিকাৰ কেমব্ৰিজ নগৰত বণ্ড নামে এজন জোতিসিয়াই সনিৰ নতুন এক উপগ্ৰহ দেখিলে; তাৰ নাম হুপিৰিয়ন; ২১ দিনত সনিক ঘুৰি জাই। তাৰে সৈতে সনিৰ ৮ টা উপগ্ৰহ দেখা গৈচে।

নাপলি নগৰৰ গাস্পাৰি নামে জোতিসিয়া এজনে ১২ এপ্ৰিলত আকাসলৈ চাই মঙ্গল আৰু ব্ৰিহস্পতিৰ মাজতে ঘুৰি জোআ আন এটা সৰু গ্ৰহ দেখিলে। এতিয়া এনে সৰু গ্ৰহ ১০ টা পোআ হৈচে। সি নটাৰ নাম এই, চিৰিচ, পালাচ, জুনো, বেষ্টা, আস্ত্ৰিয়া, হিবি, আইৰিচ, ফিলোৰা, মিত্তিচ।

নুজিলণ্ড উপদিপৰ ওএলিংতন নগৰত ২৪ অক্তোবৰৰ ৰাতি পুৱা ২ বজাত ভুঁইকঁপ আহি ইটাৰ ঘৰ কেতবিলাক কাটিল। পাচে সেই দিনাই আকও অনেক বেলি গৈ প্ৰাই সকলো ইটাৰ ঘৰ ভাগি মাটিত পৰিল; আৰু কেতবিলাক মানুহো মৰিল। ২৬ তাৰিখৰ গধূলি বেলাত আকও ৰবকৈ গল; আদিবাসি মানুহে কই, আগৈএ কোনো কালে আমি এনে দেখা নাই। তাৰেই হানি হল ১৫,০০,০০০ টকা।

আস্ত্ৰলিয়া দিপৰ চোআন নদিৰ পৰা গৱৰ্নৰ চাহাবে নকৈ দেখা পোআ এভাল সিহৰ সলি চাবলৈ পৰ্বতলৈ গল, পাচে আহোঁতে দুই পৰ্বতৰ মাজ পালত লুকাই থকা আবৰি আদিবাসি লোক এমথাই গৰাৰ পৰা কাটি সিল আদি মৰাত গৱৰ্নৰ চাহাবৰ ঠেংত এভাল কাটি সোমাল। পাচে জাহাজ নো পোআ মানলৈকে সিঁইতে পাচত খেদি গৈচিল।

খেহ দেসৰ মাকাও নগৰত থকা কমিয়া ধৰম আচৰাবিলাকে বলিদানৰ পিঠা তুলি আনি বাটত ভ্ৰমন কৰি জাঁওতে এজন ইংৰাজি মানুহে তাক দেখি সিঁইতৰ নিচিনা টুপি নু গুচাই এনেই থকাত সিঁইতে বৰ খং কৰি তাক ধৰি কাটকত দিলে। পাচে কাপ্তান কেপেল নামেৰে ইংৰাজি ৰনুআই জাহাজৰ অধিকাৰে এই কথা সুনি তাক মেলিবলৈ নগৰৰ অধিকাৰত কলে; কিন্তু সি নুসুনাত কাপ্তান চাহাবে কেতবিলাক সেনা পঠাই বলেৰে সৈতে তাক উলিয়াই আনিলে। সিঁইতে তাক নেৰি জুধ কৰিবলৈ ধৰাত সিঁইতৰ এটা মানুহ মৰিল।

আমেৰিকা দেসৰ মিচিচিপি নদিত সেই মাহত ৰবকৈ পানি বাহিঁ নুঅৰ্লিন্স আদি কৰি অনেক গাঁও নগৰ বুৰাই বহু ধনৰ লোকচন হল। চেন্তলুই নগৰত জুই লাগি নগৰৰ তিনি ভাগৰ এভাগ পুৰিলে; তাতে হানি হল ১,৪০,০০,০০০।



Another Letter from Lucien Hayden, or Dhoniram.

আমেৰিকালৈ জোআ শ্ৰীলূচিএন হেইডন আৰ নিজ নাম ধনিৰাম, সেয়ে অসমিয়া এজনলৈ পত্ৰ লিখাত তাক পাই তলত চাপি দিচোঁ।

বষ্টন নগৰ, ২৫ জুন, ১৮৪৯

হে মোৰ অতি প্ৰিয় ককাই,

আমি অসম দেসৰ পৰা ইয়ালৈ অহাবিলাক এতিয়া বেলেগ বেলেগ হলোঁ, আমাৰ মেম চাহাব আপোন বাপেক মাকৰ ঘৰলৈ গল, আৰু শ্ৰীযুতা কটৰ মেম চাহাব বায়েকৰ ঘৰত আচে, চাহাব আৰু আমি দুই ভাইএ দিনৰ দিনটো সকলো ঠাইত ফুৰি ফুৰি আচোঁ; কেতিয়াবা ৰেলৰথত, কেতিয়াবা ভাপ জাহাজত, আৰু কেতিয়াবা দুই ঘোঁৰা বা চাৰি ঘোঁৰাৰ ৰথৰে জাত্ৰা কৰি আচোঁ। জেতিয়া ৰাতি হই, তেতিয়া এক ঠাইত নিবাস কৰোঁ, আৰু সেই সেই ঠাইতে ইশ্বৰক আৰাধনা কৰিবলৈ হেজাৰ হেজাৰ মানুহ গোট খাই, তাতে আমাৰ চাহাব উঠি অসম দেসৰ কথা সিবিলাকৰ আগত বুজাই কই; আৰু তেঁওৰ পাচত আমি দুই ভায়েও অলপ অলপ কঁও। পাচে জেতিয়া কথা কোআ আৰু ইশ্বৰক সেৱা কৰা হই, তেতিয়া আমাৰ অসমিয়া ভাসাৰে চাহাবে সৈতে আমি এটি গিত গান কৰোঁ। এই দৰে ফুৰি থাকি এঠাইত চানদেই ফুল, অৰ্থাত দেওবৰিয়া পৰ্হা সালি পালোঁ, তাতে আন আন মানুহ এৰি দুই হেজাৰতকৈ সৰহ লৰা চোআলিএ সাস্ত্ৰ আৰু ধৰম কথা পাঠ কৰি আচিল; তাতো আমি অলপ কথা কিৰ্ত্তন কৰিলোঁ। তাৰ পৰা আমি আম্হৌৰৰ নামে এক ঠাইলৈ আহিলোঁ; সেই ঠাইত এক বৰ কলেজ আচে, আৰু তাতে তেকা মানুহবিলাকে কিৰ্ত্তন কৰিবলৈ আৰু সাস্ত্ৰ তৰ্জমা কৰিবলৈ সিকে; সেই ঠাইতো আমি এক ৰাতি থাকিলোঁ। আমি জেতিয়া শ্ৰীযুত সেক চাহাবৰ ঘৰত আচিলোঁ তেতিয়া তোমাৰ পৰা মই এখন পত্ৰ পাই পঢ়ি বৰ আনন্দ হলোঁ, কিয়নো মোৰ আপোন দেসৰ এবিষয়ে পৰা এই পত্ৰ মাথোন প্ৰথমে পালোঁ; আৰু তাত তুমি জি কথা লিখিচা তাৰ কাৰনে মই পুনৰাই সাহিয়াল হৈ এই দেসৰ মানুহৰ

আগত কিৰ্ত্তন কৰি আমাৰ দেসলৈ পঠাবলৈ মিস্যনেৰি চাহাব খুজিব পাৰিম।

হে ককাই প্ৰথমে আমাৰ দেসলৈ চাহাব লোক আঁওতে জেনেকৈ লৰাৰ পৰা বুৰালৈ বগা মানুহ, বগা মানুহ, বুলি বিজিয়া বিজিকৈ হাই কৰে, আৰু আটাইবোৰে চাবলৈ লৰ ধৰি বাজ ওলাই। তেনেকৈ এই দেসতো আমাক দেখি, কোনো দেসৰ কলা মানুহ আহিচে, ২ চাৰো এই বুলি এটাহ পাৰি আমালৈ চাই থাকে।

আমি সেই মাহৰ ৪ তাৰিখে সনি বাৰত বস্তন নগৰ পালোঁ; পাচ দিনা বিস্ৰাম বাৰ হলত নগৰ গোটেই খনত ১০ বজালৈকে একোৰো মাত সুনিবলৈ নে পালোঁ; সকলো দোকান বন্ধ হল; পাচে ১০ বজাৰ পাচত বৰ ঘণ্টাৰ মাত সুনিলোঁ। এনে সময়তে এজন চাহাবে আমাক এক গিৰ্জালৈ লৈ গল। তাতে হেজাৰ হেজাৰ মানুহে ইশ্বৰক ভজনা কৰিবলৈ গোট খাই আচিল; আৰু সিবিলাকৰ মাজত আমি দুই কলা লৰাও আচিলোঁ। পাচে জেতিয়া গিৰ্জা ভাগিল, তেতিয়া সিবিলাকে আমাক সুধিলে, তইত কৰ পৰা আহিচ? আমি কলোঁ অসম দেসৰ পৰা আহিচোঁ; তাতে কোনোএ অসম দেস বুলিলে জানে, কিন্তু কোনোবিলাকে অসম দেস বা কত আচে তাক নে জানে; সেই কাৰনে আৰও সোধে, তইত খেহ দেসৰ মানুহ নে? আমি কলোঁ অসমিয়া মানুহ। তাৰ পাচত সেই গিৰ্জাতে আবেলি বেসা আমাৰ চাহাবে কিৰ্ত্তন কৰিলে; পাচে প্ৰভুৰ ভোজন হৈছিল, তাতে আমি প্ৰথমে লগ ললোঁ। আৰু সেই একে দিনতে ১৩ জন মানুহক বুৰ দিয়ালে। এজনক বুৰ দিওআ হলে অৰ্গ্যন, অৰ্থাত বৰ বাজনাৰে অলপ গিত গাই, সেই ৰুপে বুৰ দিয়াই পতি বাজনাৰে গিত গাই থাকে। হে ককাই সেও সেই দিনৰ কথা কবৰ চাৰি তাৰি চিঠি লিখিবলৈকো টান হই।

এই দেসৰ সকলো দস্তুৰৰ কথা, আৰু আমি জত জত ফুৰিচোঁ, আৰু ফুৰিম সেই সকলোকে পাচে তোমালৈ লিখিম; এতিয়া লিখিবলৈ তুলাপাত্তে নো জোৰে। কেৱল এই কথা লিখিচোঁ, তামোলাকে মোৰ নিমিত্তে ইশ্বৰৰ আগত প্ৰাৰ্থনা কৰিবা, আৰু মোলৈ নে পাহৰিবা আৰু শ্ৰী নিধি ককাইকো কবা হেনে আন বেলিত মোলৈ জদি পাহৰে তেও প্ৰাৰ্থনাৰ বেলা নে পাহৰিব। ইতি।

তোমাৰ ধৰমৰ প্ৰিয় ভাই,

শ্ৰী ধনিৰাম

---

## দুটা কুকুৰাৰ কথা।

দুটা কুকুৰাই জুজ লাগি এটা জিকিল এটা হাৰি পলাই গল। পাচে জিকাটে ওখ ঠাইত উঠি মনত গপেৰে পাখি জোকাৰি ডাক দি থাকোঁতেই কুকুৰ এটাই দেখি জাঁপ মাৰি ধৰি নিলে।

ইয়াৰ অৰ্থ এই আপোনাৰ অসম্য অহঙ্কাৰ আপুনি কৰিলে সি বেগতে লাজ হই।

---



এটা চিংফৌ গামৰ নকচা।



## উট চৰাই।

**The Ostrich.**

আফ্রিকা দেশত এই অতি তাজব চৰাই পোআ যাই। মাটিৰ পৰা মুৰলৈকে চ হাত মান ওখ, তাৰ মুৰ সৰু আৰু ডিঙ্গি বৰ ডিঘল, সেই দুয়োতো পাখি নাই, পাতল পাতল নোম থাকে। টপিলাতো পাখি নাই; ঠেঙ্গ টান আৰু মাচ বাকলিয়া, গাৰ পাখি কলা, ডেউকা আৰু নেজৰ পাখি বগা; কোনোৰ কলা আঁক থাকে। এনে সুন্দৰ পাখি আন কোনো চৰাইৰ নাই, এই নিমিত্তে ইউৰপ আৰু আমেৰিকাত বৰ দৰেৰে সেই পাখি বেচে, তাকে কিনি মেমলোকে আৰু বাবালোকে পিন্ধিবলৈ টুপিত সি দিএ।

তাৰ ডেউকা অতি চুঁটি, সেই নিমিত্তে সি উৰি যাব নোআৰে, কিন্তু লৰ মাৰোঁতে নাও বোআ বঠাৰ নিচিনাকৈ ডেউকা কোবাই, এই হেতুকে সি বৰ বেগে যাব পাৰে। আটাইতকৈ বেগে যোআ ঘোঁৰাইও তাক বেগত্তে লগ পাবলৈ টান; কিন্তু বহু বেলি খেদাত যেতিয়া চৰাইৰ ভাগৰ লাগে, তেতিয়া ধৰিব পাৰে। সি লৰ মাৰোঁতে পোনে পোনে নে যাই, ঘূৰনিয়াকৈ ঘুৰি ঘুৰি যাই; আৰু আৰব লোকে অতি বেগি ঘোঁৰাৰে তাক খেদে, আৰু যেতিয়া সেই ঘোঁৰাৰ ভাগৰ লাগে, তেতিয়া আন এটাত উঠি সেই ৰূপে কেতিয়াবা দুই তিনি দিন খেদি থাকে; তাতে চৰাইক একো আহাৰ খাবলৈকো ভত নি দিএ। পাচে বৰ ভাগৰ লগাত চৰায়ে আপোনাৰ মুৰ এক জোপাত বা কিহবাত সুমাই লুকাই তাতে

সেই চৰাই মৰিয়াবিলাকে কেতিয়াবা তাৰ মাট পিন্ধি চৰাইবোৰৰ ওচৰলৈ গৈ মাৰে। এটা মতাই তিনি চাৰি জনি মাইকিক লগত লৈ সি সৰুক নে দেখাত সৰুএ তাক নে দেখে বুলি ভাবি মুৰ লুকাই মনে মনে থাকে। পাচে খেদোতে গৈ মাৰি পেলাই। যেতিয়া চৰাই মাৰে তেতিয়া হিলৈৰে নু গুলিয়াই, কাৰণ গুলিওআত তেজ ওলাই পাখিত তেজ লাগে বুলি ভই কৰে, কিয়নো পাখিত তেজ লাগিলে বেচোঁতে তাৰ দৰ কম হই।

ফুৰে। সিইঁতে জেতিয়া কনি পাৰে, তেতিয়া বালিৰ ওপৰত অলপকৈ খাল খানি তাতে এক এক জনিএ ১০।১২ টা কৈ পাৰে। আৰু কনি ইকালে সিকালে নো জোআকৈ চাৰিও কালে বালিবোৰ আনিৰ দৰে গোটাই দিএ। সৰহ ঠাই জেন ন হই, আৰু উমাঁওতে সকলোতে সমানে জেন উম লাগে, এই নিমিত্তে কনিবোৰৰ জোন্দা মুৰটো তলকৈ দিএ. পাচে জি কেই জনিএ সেই বাঁহত কনি পাৰে সেই আটাইবোৰে পাল পাল কৈ কনিৰ ওপৰত উমনি লই। কনি বা পোআলি সিয়াল আদি কোনো সত্রুএ নিএ বুলি বাতি মতাটে পৰ দি বাধি থাকে। কোনো সময়ত এই জন্তুবোৰৰ মধ্য স তাৰ বাঁহৰ ওচৰত সৰি থকা দেখে, কিয়নো জেতিয়া কোনো সত্রু সিইঁতৰ কনিৰ ওচৰলৈ আহে, তেতিয়া মতা চৰাইটে তাৰ ঠেঙ্গেৰে লাঠি মাৰি দিএ, পাচে একে বেলিএই মৰি জাই; কিয়নো সি বৰ বলি, মানুহকো তাৰ ওপৰত জুলি খোঁবাৰ দৰে লৰি জাব পাৰে। দিনত জেতিয়া বদ ওলাই সিইঁতে বাঁহ এৰি ফুৰিবলৈ জাই; আৰু উতাতি আহোঁতে জদি কিহবাই কনি চোআ গম পাই, বা মানুহৰ খোজকে কনিৰ ওচৰত পৰি থকা দেখে, তেতিয়া কনি আটাইবোৰ নষ্ট কৰি বাঁহ এৰি আন ঠাইলৈ গুচি জাই।

উমনি লওতে মাইকিবোৰে আৰুও কনি পাৰি থাকে; আৰু বাঁহৰ বাহিৰে বাখি থই; পাচে জেতিয়া পোআলি জগে, তেতিয়া সিইঁতে সেই কনিবোৰ খাই, কিয়নো ডাঙ্গৰবোৰে জি খাই, পোআলি তাক মাকতে খাব নোআৰে। সিইঁতৰ এটা কনিএই পাতি হাঁহৰ ২০ কনি মান ডাঙ্গৰ হব। সেই জদি নতুন পৰা হই তেন্তে খাবলৈ ভাল; আৰু হটেন্তত লোকে তপত চাইৰ ওপৰত এটা মুৰ বাখে আৰু আন মুৰটো ভাঙ্গি লোন জালুক আদি দি তাক এডালেৰে নি সিজে মানে লৰাই থাকে, পাচে সিজিলে খাই ভাল পাই। কোনো লোকে তাৰ মঙ্গহো খাই বৰ ভাল বোলে, আৰু আৰৰ লোকে এবিধ চাল সাজে। হেলিঅগাবলচ্ নামে আগৰ ৰুমিয়া ৰজা জি এটা বৰ খঁকুআ মানুহ আছিল, সি এক ভোজ খাবলৈকে ৬০০ উট চৰাই মাৰি সেই আটাইৰে মুৰৰ ঘিঁউ লৈ ভোজ খাবলৈ সিজালে।

চৰাইবোৰে গচৰ ডাল, বাকলি সিল আদি জি জি পাই তাকে খাই। আৰু ডক্তৰ স্য চাহাবে কৈচে, বোলে, এদিন হিনৈৰ গুলি বাকোঁতে সেই চৰাইক গোটা চাৰেক গুলি তপতে তপতে দিয়াত, সি একো দুখ নো হোআকৈ তাক খাই পেলালে।

সি বহু বেলি পানি নো খোআকৈ থাকিব পাৰে, আৰু জতে কোনো পহু বা আন চৰাই থাকিব নোআৰে সি তাতে ফুৰি থাকে।

জেতিয়া উমনি লোআ কাল ন হই তেতিয়া তেৰ কুৰি বা দুকুৰি একে লগে গোঁট খাই আৰু পাতি ফুৰে। নিলগৰ পৰা সিংহৰ মাতৰ দৰে সিইঁতৰ মাত সুনে। তাতে থকা হটেন্তবোৰে কেতিয়াবা সিংহৰ মাত বুলি ভই কৰে।

উত্তৰ আমেৰিকাতো এবিধ উট চৰাই পোআ জাই, তেও আফ্রিকাত থকাবোৰৰ নিচিনা পাখি ইমান সুন্দৰ ন হই।

---

## গুপুত ধন।

Hidden Treasure.

এক গিৰিহঁতৰ মৰন কালত আপোন পাঁচ পুতেকক সন্মাৰ ওচৰলৈ মাতি বুলিলে, হে প্রিয় পুত্র সকল, মোৰ মৰন কাল পালেহি, মোৰ ওচৰলৈ আঁহা, তোমোলাকত গুপুত কথা কঁও, তাৰে তোমোলাকৰ দুখ গুচিব; এই ঘৰৰ চোতালৰ মাটিতে গুপুত ধন আছে; তোমোলাকে খানি সোন, ৰুপ, নানা ৰত্ন আৰু অমৃতৰ ভাণ্ড পাবা। এই কথা কৈ পিতা প্রান তিয়াগ কৰিলে। পুত্রবিলাকে তেঁওক মৈদামত থোআৰ পাচে সেই গুপুত ধন পাবলৈ আলচ কৰি সিইঁতৰ মাজত বৰ জনে বুলিলে, ভাই সকল আঁহা, আমি বনত মন দি গুপুত ধন খানি তোলোঁ। কিন্তু দুতিয় ভায়েকে বুলিলে, মই এই বন আজি কৰিব নোআৰোঁ, কিয়নো এতিয়া খান ৰুবৰ সময়, এতিয়া নু কলে খতি হব। আৰু এজনে কলে বোলে, মোৰ তিনটা গৰু আছে, তাকে চৰাব লাগে; মাটি খনা থাওক। মই গৰু চৰা-

ৰৈ জাও। আৰু এজনে বুলিলে, মাটি খানিলে কি হব, আৰু ধন পালেই বা কি লাভ, মই দেখোঁ জনমৰ দিনৰ পৰা নিত্তৌ নিত্তৌ ভাত খাবলৈ আৰু কাপৰ পিন্ধিবলৈ পাই আচোঁ, আৰু ভাবিচোঁ ইয়াৰ পাচেও পাম, তেন্তে ইমান শ্ৰম কৰাৰ কি কাম? মই উমলিবলৈ জাও। পাচে সৰু ভায়েকে বৰটক কলে বোলে, ককাই যাহা, আমি দুই জনেই কোৰ লৈ খানিবলৈ ধৰোঁইক। পাচে সি তিনি জনে আপোন আপোন কৰম কৰিবলৈ গল; ইইত দুজনে আন বন এৰি চোতালৰ মাটি খানিবলৈ ধৰিলে। অনেক শ্ৰম কৰিলত পাচে সিইতে ৰূপেৰে ভৰা এক কলহ পালে; তাৰ পাচে সোনেৰে ভৰা এক কলহ আৰু অনেক ৰত্ন বাহিৰ হল। এই সকল পাই সিইতে বৰ তুষ্ট হল। পাচে সৰু ভায়েকে বৰটক বুলিলে, আৰু কি কাম শ্ৰম কৰোঁ, অনেক লাভ হল যাহা, এই সকলো ধন লৈ আপোন ঘৰত ৰহি সুখেৰে কাল নিয়াঁও। কিন্তু তাৰ বৰ ককায়েকে কলে বোলে, অমৃত ভাণ্ডৰ কথা পিতাই জি কৈচিল সেই কত? তাক নে পাঁও মানে মই নেৰোঁ। পাচে তাৰ সৰু ভায়েকে আৰু শ্ৰম ন কৰি গুচি গল। কিন্তু বৰ পুত্ৰ অকলেই বিৰক্তি ন হৈ খানি খানি সেসত অমূল্য জি অমৃত ভাণ্ডো পাই ঘৰলৈ গল। আৰু আন চাৰি ভাই কোনো সুখে কোনো দুখে কাল নিয়াই মৰি গল। কিন্তু বৰ পুত্ৰে অমৃত ভোজন কৰি অমৰ হল।

হে প্ৰিয় লৰা সকল, এই দৃষ্টান্তৰ অৰ্থ কি তাক সুনা। গুপুত ধনে হৈচে বিদ্যা। শ্ৰম ন কৰিলে তাক কোনেও নেপাই; আৰু অকল পৰ্হিলেই বিদ্যা হই, এনে মনে নে ভাবিবা। এতিয়া পৰ্হিবলৈ সিকি আচা, ভাল, এই জি লিখা পৰ্হা গিয়ান তাক বিদ্যা বোলা নে জাই, কেৱল বিদ্যা পাবৰ অস্ত্ৰ মাথোন; এতিয়া সেই অস্ত্ৰ লৈ, সাহ কৰি বনত হাত দিয়া, পাঠ আওৰোৱা, বিদ্যা আৰ্জন কৰা, আৰু সেই তিনি জন মূৰ্খ ভায়েকৰ নিচিনা আলোধাহ বুলিয়াবা, কিন্তু দুইজন বুধিমন্ত ভায়েকৰ নিচিনা হৈ শ্ৰম কৰা, তাতে তোমোলাকৰ জিৱন কাললৈকে বৰ ভাল হব; আৰু অমৃত ভাণ্ড পাবলৈ চেষ্টা কৰা, কিয়নো তাক পালে ইহকালৰ সুখ আৰু পৰ কালৰো কুশল হব। ৰ. দ.

## ঘোঁৰাৰ ইতিহাস কথা।

**Anecdotes of the Horse.**

ইংলণ্ডৰ এক নগৰত এক ঘোঁৰাই মাজ নিশামানত তাৰ দাঁতেৰে ঘোঁৰা সালৰ দুআৰ মুকলি কৰি পথাৰলৈ ঘেঁহ ধান খাবলৈ জাই আৰু, ৰাতি পুআ নৌ হওঁতেই আকও আহি আপোনাৰ ঠাই সোমাই দুআৰ মাৰি থই। কিন্তু পথাৰত কি কি সোমাল বহু দিনলৈ নে জানিলে ঘোঁৰাই আপুনি দুআৰ মাৰিব পাৰে, আমাৰ মনে এনে ন ধৰে; তেও সি জেতিয়া ভিতৰ সোমাই তেতিয়া দুআৰ আপুনি বন্ধ হই।

আন এঠাইত এক সম্বাদ পত্ৰ বিলোআ মানুহ এজনে এক ঘোঁৰাত উঠি পত্ৰ লোআবিলাকৰ ঘৰে ঘৰে গৈ পত্ৰ দিএ, এই ৰূপে জাওঁতে ঘোঁৰাই ৬০।৭০ ঘৰ চিনি বেলিএ পতি সিবিলাকৰ ঘৰৰ ওচৰ পালে ৰইগৈ। এনেকৈ এখন সমাচাৰ পত্ৰ লোআ দুজন লোক এক এক ক্ৰোচৰ আঁতৰত আচিল; পাচে এক সপ্তাহে এটাই লই, আন সপ্তাহত আনটৈ লই। সেই ৰূপে জোআত ঘোঁৰাই আপুনি জানি এক সপ্তাহত এটাৰ ঘৰত আৰু আন সপ্তাহত আনটৰ ঘৰত ৰই। তিনি চাৰি বচৰলৈকে নে পাহৰে, পাল ন হই মানে কেতিয়াও কাৰো ঘৰত ন ৰই।

লিনকন নামে আমেৰিকাৰ এজন কাপ্তান চাহাবে মেকচিকো বনত যুধ কৰোঁতে গুলি লাগি মৰিল। তেঁওৰ চাৰিও কালে বৰ টোপ হিলৈ মাৰি, আৰু বহু ঘোঁৰা সেনাই অতি চোকা ৰূপে যুধ কৰি থাকিলেও, কাপ্তান চাহাবে উঠি থকা ঘোঁৰাটোএ কলৈকো নো জোআকৈ আপোন অধিকাৰৰ সৰ ওচৰত পৰ দি থাকিল। পাচে যুধ কৰি এঁটালত কাপ্তান চাহাবৰ সগৰিয়াবোৰে সেই মৰমিয়াল ঘোঁৰাক দেখি লিনকন চাহাবৰ শ পালে। পাচে আপোন পৰিয়ালে মৈদাম বান্ধিবৰ নিমিত্তে সিহৰ পেৰাত সটো সুমাই বন্ধ কৰি জাহাজে দি আমেৰিকা দেশলৈ পঠাই দিলে; আৰু সেই ঘোঁৰাকো সেই সময়ত পঠালে। জেতিয়া বৰ প্ৰতাপিকৈ লিনকন চাহাবৰ মৈদাম বান্ধিলে, তেতিয়া সেই ঘোঁৰাকো ঘোঁৰা চোআৰ পাচে পাচে নিলে, তাতে

ভি ভি মানুহে অকল ঘোঁৰাক দেখিলে মনত বৰ উৰুমি পালে; কিয়নো ঘোঁৰাটোএ জাঁওতে অসন্তোস মনেৰে জেন গৈচিল।

ইউৰপৰ জোআ বনত আদিৰে পৰা অস্ট্ৰেল জৰ্মানি দেসবিলাকৰ বৰ টোপ টানিবৰ নিমিত্তে হানোবৰ দেসৰ দুটা ঘোঁৰা আচিল; তাৰে এটা বনত মৰিল, এটা জিয়াই থাকিল। পাচে সিও তাৰ লগৰটো মৰাৰ নিমিত্তে নে দেখি সেই দিনৰে পৰা একো আহাৰ নে খাই আচিল, আৰু তাৰ ওচৰত আন অনেক ঘোঁৰা থাকিলেও সি সেইবোৰলৈ একো মন ন কৰি আগৰটক বিচাৰি চাৰিও পোনে-চাই হেক হেকাই থাকি পাচত অনাহাৰে মৰিল।

তলত দিয়া আখ্যানৰ দোআৰাই দেখিব, জে ভাৰ বোআ ঘোঁৰাবিলাকে কেনে সুমেৰে আ-পোনাৰ মৰ্জ্জতা ৰাখে। কুতক বচৰ হল, এটা ভাৰ বোআ ঘোঁৰাই অনেক কালৰে পৰা তাৰ গৰাকিৰ পাচত ভাৰ লৈ আহে, পাচে এদিন বৰ দুখ পাই তাৰ লাগি পাচ পৰিলত মনত লাজ অপমান পাই পুনৰ প্ৰানটাকি বৰ বেগে গৈ মৰিল।

ইংলণ্ডৰ ক্ৰক চোআ ঘোঁৰাৰ মাজত এক অতি উত্তম আৰু সাহিয়াল ঘোঁৰা আচিল। সি বৰ বুঢ়া হোআত তাৰ দাঁতবোৰ খই গল, সেই নিমিত্তে সি একো ঘাঁহ বা দানা চোবাব নোআৰিচিল; তাৰ সোঁ কালে বাঁও কালে থকা দুই ঘোঁৰাই তাৰ এনে অৱস্থা দেখি, সুকান ঘাঁহ আৰু দানা ভালকৈ চোবাই তাৰ মুখৰ আগত পেলাই দিএ দুই মাহলৈকে জিমান দিন তাত আচিলে তাক খুআলে।



বনৰিয়া ঘোঁৰাই জাক পাতি লৰ মৰাৰ নকচা।

Almanac for October, 1849.

## অক্টোবৰ, অৰ্থাত কাতি, ১৮৪৯।

| বাৰ | অক্টোবৰ | কাতিৰ | সুৰ্য্যোদয় | সুৰ্য্যৰ মধ্যান্থ | সুৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যান্থ |
|---|---|---|---|---|---|---|---|---|
| সো | ১ | ১৬ | ৫।৫৬ | ১১।৫০ | ৫।৪৩ | ১৪ | ২৫ | ২৩।৫৬ |
| ম | ২ | ১৭ | ৫।৫৬ | ১১।৪৯ | ৫।৪২ | ১৫ | ২৬ | পুআ |
| ব | ৩ | ১৮ | ৫।৫৭ | ১১।৪৯ | ৫।৪১ | ১৬ | ২৭ | ০।৪৬ |
| বি | ৪ | ১৯ | ৫।৫৭ | ১১।৪৯ | ৫।৪০ | ১৭ | ১ | ১।৩৮ |
| সু | ৫ | ২০ | ৫।৫৮ | ১১।৪৮ | ৫।৩৯ | ১৮ | ২ | ২।৩৩ |
| স | ৬ | ২১ | ৫।৫৮ | ১১।৪৮ | ৫।৩৮ | ২০ | ৩ | ৩।২৯ |
| দেও | ৭ | ২২ | ৫।৫৯ | ১১।৪৮ | ৫।৩৭ | ২১ | ৫ | ৫।২৭ |
| সো | ৮ | ২৩ | ৫।৫৯ | ১১।৪৮ | ৫।৩৬ | ২২ | ৬ | ৪।২৫ |
| ম | ৯ | ২৪ | ৬।০ | ১১।৪৭ | ৫।৩৫ | ২৩ | ৭ | ৬।২২ |
| ব | ১০ | ২৫ | ৬।০ | ১১।৪৭ | ৫।৩৪ | ২৪ | ৮ | ৭।২০ |
| বি | ১১ | ২৬ | ৬।১ | ১১।৪৭ | ৫।৩৩ | ২৫ | ৯ | ৮।১৪ |
| সু | ১২ | ২৭ | ৬।২ | ১১।৪৭ | ৫।৩১ | ২৬ | ১০ | ৯।৫ |
| স | ১৩ | ২৮ | ৬।২ | ১১।৪৬ | ৫।৩০ | ২৭ | ১১ | ৯।৫৫ |
| দেও | ১৪ | ২৯ | ৬।৩ | ১১।৪৬ | ৫।২৯ | ২৮ | ১২ | ১০।৪৩ |
| সো | ১৫ | ৩০ | ৬।৪ | ১১।৪৬ | ৫।২৮ | ২৯ | ১৩ | ১১।৩১ |
| ম | ১৬ | কাতি | ৬।৪ | ১১।৪৬ | ৫।২৭ | ৩০ | ১৪ | ১২।১৭ |
| ব | ১৭ | ২ | ৬।৫ | ১১।৪৫ | ৫।২৬ | ১ | ১৫ | ১৩।৩ |
| বি | ১৮ | ৩ | ৬।৫ | ১১।৪৫ | ৫।২৫ | ২ | ১৬ | ১৩।৫০ |
| সু | ১৯ | ৪ | ৬।৬ | ১১।৪৫ | ৫।২৪ | ৩ | ১৭ | ১৪।৩৬ |
| স | ২০ | ৫ | ৬।৬ | ১১।৪৫ | ৫।২৩ | ৪ | ১৮ | ১৫।২৪ |
| দেও | ২১ | ৬ | ৬।৭ | ১১।৪৫ | ৫।২২ | ৫ | ১৯ | ১৬।১১ |
| সো | ২২ | ৭ | ৬।৭ | ১২।৪৫ | ৫।২২ | ৬ | ১৯ | ১৬।৫৯ |
| ম | ২৩ | ৮ | ৬।৮ | ১১।৪৪ | ৫।২১ | ৭ | ২০ | ১৭।৪৬ |
| ব | ২৪ | ৯ | ৬।৯ | ১১।৪৪ | ৫।২০ | ৮ | ২১ | ১৮।৩৩ |
| বি | ২৫ | ১০ | ৬।৯ | ১১।৪৪ | ৫।১৯ | ৯ | ২২ | ১৯।২১ |
| সু | ২৬ | ১১ | ৬।১০ | ১১।৪৪ | ৫।১৮ | ১০ | ২৩ | ২০।৮ |
| স | ২৭ | ১২ | ৬।১১ | ১১।৪৪ | ৫।১৭ | ১১ | ২৪ | ২০।৫৫ |
| দেও | ২৮ | ১৩ | ৬।১১ | ১১।৪৪ | ৫।১৭ | ১২ | ২৫ | ২১।৪৪ |
| সো | ২৯ | ১৪ | ৬।১২ | ১১।৪৪ | ৫।১৬ | ১৩ | ২৬ | ২২।৩৩ |
| ম | ৩০ | ১৫ | ৬।১৩ | ১১।৪৪ | ৫।১৬ | ১৪ | ২৭ | ২৩।২৫ |
| ব | ৩১ | ১৬ | ৬।১৩ | ১১।৪৪ | ৫।১৫ | ১৫ | ১ | |

পুৰ্নিমা ২ দিনৰ ১১।৫১ পুআ।
আমাবাস্যা ১৬ দিনৰ ১১।৩১ পুআ।
পুৰ্নিমা ৩১ দিনৰ ১১।৪ ভাটি।

এই অৰুনোদই পত্ৰ মোং সিবসাগৰৰ আমেৰিকান বাপ্তিস্ত মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোঙা। মোং সিৱসাগৰ, অক্তোবৰ ১৮৪৯ খ্রিং অং সক। নম্বৰ ১০।

VOL. IV. SIBSAGOR, ASAM, OCTOBER, 1849. No. 10.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

অক্তোবৰ ২৫ তাৰিখৰ ৰাতি গুআহাটিৰ বজাৰত জুই লাগি ২০ মান ঘৰ পুৰিলে।

২৬ অক্তোবৰ তাৰিখে গুআহাটি নগৰত চাপ্ৰাচি একনে এটা বাৱৰ্চি মানুহক কিবা কাৰনে ক্ষাটকলৈ নিঁওতে বাটতে বাৱৰ্চিএ কাপৰৰ পৰা কটাৰি উলিয়াই চাপ্ৰাচিক খুঁচি বধ কৰিলে।

২৯ তাৰিখত শ্ৰীযুত পাদুৰি বাৰ্কৰ চাহাবে নৰিয়াৰ কাৰনে মেম চাহাব আৰু বাৰা লোকে সৈতে আমেৰিকা দেসলৈ জাবৰ নিমিত্তে ভাপ জাহাজত উঠি গল।

খেহ দেসৰ দাঁতিত থকা মাকাও নগৰৰ আমৰাল নামে পৰ্তুগিচ গবৰ্নৰ চাহাবে গধুলি বেলা হেৰা ধাবলৈ জাঁওতে কেতবিলাক খেহ লোকে বাটত খাপ দি থাকি তেঁওক অহা দেখি ওলাই ঘোঁৰাক ধৰি তেঁওক পেলাই মাৰি মুৰটো আৰু এখন হাত কাটি লৈ গল। পাচে পৰ্তুগিচ লোকে ওচৰত থকা খেহৰ কোঁঠ জুধ কৰি ললে। খেহৰ ৬০ চিপাহিক মৰিল, ২০০ মান খুন হল।

পঞ্জাবি সেনাপতি কেতবিলাকে কম্পানিৰ অহিতে দ্ৰোহ পাতি দোস্ত মহমদ খাঁলৈ গুপুতে পত্ৰ লিখাত দেসাধিকাৰে চক্ৰৰ চিন্হ, তাৰ ৪ চাৰি পুতেক, অন্য কেতবিলাকে সৈতে ধৰা পৰি লক্ত কইদত থোআ হল।

এমিলি নামে এখান জাহাজ মৰিচ মাজুলিলৈ জাবৰ নিমিত্তে ৭৫০০ খৈলাৰ চাউল লৈ কলিকতা এৰি ১ চেপ্তেম্বৰত আন্দামানৰ এটা সৰু মাজুলিত লাগি ভাগিল। তাতে ৫ টা মানুহ মৰিল; কাপ্তান আৰু আন মানুহে ২ খন সৰু নাৱত উঠি ৰাম পালে, কিন্তু আদি বাসি আৱৰে বামত উঠিবলৈ নি দিএ; খেনু কাৰে সৈতে খেদালে। পাচে কাপ্তান আৰু আন তিনি জন চাহাবে ৭ টা লস্কৰে সৈতে এখন নাৱেৰে কোকো মাজুলিলৈ জাবৰ আসাৰে গৈ ১৩ দিন ঘূৰি পকি উআদিস নে পাই সেসে মান দেসৰ পচিম ক্ষালে ওলালগৈ। তাতে মান লোকে মৰম ৰুপে উপকাৰ কৰি সিবিলাকক ই সি দি ৰাংগুন নগৰলৈ পঠাই দিলে। সি খন নাৱত জি থাকিল সিবিলাকৰ কি হল, তাৰ বাত্ৰা নাই।



২৪ আগষ্টত অষ্ট্ৰিয়া সেনাই বেনিচ নগৰ বেৰি ধৰি দিনিলত তাৰ প্ৰজাবোৰে অষ্ট্ৰিয়াৰ সেনাপতিত সৰনাগত হল।

১৩ আগষ্টত পাস্কিৱিত্য নামে ৰুচিয়া সেনাপতিএ হঙ্গাৰিৰ সেনাপতি জৰ্জিক ফৌজে সৈতে বেৰি ধৰাত জৰ্জিএ উপাই নে পাই ২৫০০০ হঙ্গাৰিৰ সেনাই সৈতে অস্ত্ৰ সস্ত্ৰ পেলাই সৰনা-

গত হল। ৰুচত আৰু আন হঙ্গাৰি সেনাপত্তি সাৰি আন ঠাইলৈ পলাই গল।

ৰুচিয়াৰ ৰজাই ৰুচত্তৰ ওচৰলৈ এক থৈলাৰ ধান পঠাই, তাৰ ভিত্তৰত কিমান ধান আচে, তাক গনিবলৈ দিচে। তাৰ অৰ্থ ৰুচিয়াৰ সৰহ মানুহ বুজুআ জানি ৰুচত্তে এই উত্তৰ দি পঠালে, থৈলাৰ ধান সৰহ হই, কিন্তু মোৰ লগত তিনি সেন তিনি কাউৰি আচে, সিইত্তে খুঁটি খাব। তাৰ অৰ্থ মানুহে বুজে, তিনি সেন হলে বেম, বেম্বিন্স্কি, জৰ্জি, এই তিনি সেনাপত্তি; কাউৰি হলে জুন, জুলাই, আগষ্ট, জৰে ধৰা কালৰ এই তিনি মাহ বুজাই।

ৰোম নগৰত্ত জুধ কৰা জেনৰল উদিনো সেনাপত্তিক বিসই সলাই ফ্ৰাঞ্চিএ ওডোটাই মাত্তিলে, আৰু তাৰ সলনি ৰস্তলান সেনাপত্তিক পাত্তি থলে।

স্কটলণ্ড দেসৰ কৰ্কালদি নগৰৰ এটা লৰাই মিচৰ দেসৰ পৰা জাহাজত্ত অনা এটা বৰ ভিমা কিনি লৈ, মিচৰৰ বৰ কুকুৰাৰ জনি বুজি ভাল পোআলি পাম বুলি একনি কুকুৰাত্ত উমনি দিলে; পাচে চাই চাই সেসত্ত ঘঁৰিয়ালৰ জিয়া পোআলি পাই বিস্মই হল।

লণ্ডন নগৰত্ত ৯,১২৯ মানুহ মাউৰৰ দোআৰাই মৰিল; নুয়ৰ্ক নগৰত্ত ৪,০০০; চেন্ত লুই নগৰত্ত ৮,০০০; আন আন ঠাইত্তো অনেক মিৰ্ত্যু হল। চিঞ্চিনাত্তি নগৰত্ত কেৱল মানুহ ন হই, গাহৰি কুকুৰা আদি জন্তু মৰিল; হইলিঙ্গ নগৰত্ত মেকুৰি প্ৰাই সকলোবোৰ মৰিল।

বুএই নামে একন ফ্ৰাঞ্চি জাহাজৰ কাপ্তানে আফ্ৰিকাৰ ভিত্তৰলৈ জাবৰ নিমিত্তে ৪ মাৰ্চত্ত ৰাচা নদিৰ ত্তৰাজ মুখে সোমাই উজাই গল। পাচে সেই নৈ নিগৰ বৰ নদিৰ এক সুঁত্তি হোআ বুজ পালে; আৰু দেসৰ ভিত্তৰত্ত দুখন বৰ সৰোবৰ গাঁও নগৰ আদি ত্তৰপুৰ পালে। কিন্তু সেই ঠাইত্ত ফ্ৰাঞ্চিএ থাকিব নোআৰিলে, জৰে ধৰাত্ত জাহাজৰ অনেক মৰিল; তাত্ত পূৰ্ব নিবাসি লোকৰ জৰে ন ধৰে।

ইস্পানিয়া দেসৰ বিলবোআ নগৰৰ ওচৰত্ত পৰ্বত্তৰ ভিত্তৰত্ত বৰ গাঁত্ত গুহা দেখা পোআ হল; তাৰ কেত্তবিলাক খোঁটালি ৭৫০ হাত্ত দিঘল; ৫০০ মান মানুহ সোমাই থাকিব পাৰে।

৯ আগষ্ট তাৰিখত্ত লণ্ডন নগৰৰ মানিঙ্গ নামে একন মানুহে তিৰোতাই সৈত্তে ঔকনৰ নামেৰে চিনাকিৰ ধন পাবৰ নিমিত্তে তাক বধ কৰি ৰান্ধনি ঘৰৰ ইটাৰ ত্তলত্ত গাঁত্ত খানি পুত্তিলে। পাচে সেই মানুহ অনেক দিন নে দেখাত্ত লোকে বিচাৰি বিচাৰি ১৭ তাৰিখৰ মুৰত্ত পলিচৰ মানুহে স পাই উলিয়ালে, আৰু ওচৰত্তে তেজ লগা চুলিএৰে চিপ্ৰাঙ্গ পালে। তেত্তিয়া বধ কৰা দুয়ো পলাল; তিৰোতাই ৰেলৰদৰ ৰথত্ত উঠি এডিন্‌বৰ নগৰলৈ গল। পাচে টেলিগ্ৰাফ ডাকে সৈত্তে তালৈ বাত্ৰা পঠাই দিয়াত্ত তাত্ত থকা মানুহে তাইক দেখি ধৰা পেলালে। তাৰ পৈএকক দিন চাৰেকলৈ বিচাৰি নে পালে, সেসে জাহাজত্ত জাঁওত্তে একনি মানুহে তাক চিনি পাই বাত্ৰা কলে; পাচে জৰ্চি মাজুলিলৈ পিয়দা পঠাই এক মানুহৰ ঘৰত্ত দেখা পাই ধৰিলে। সেই ঘৰত্ত জিমান দিন আচিলে, দিনটত্ত এক এক ৰটল ফটিকা খোআ দস্তুৰ আচিল।

আমেৰিকা দেসৰ প্ৰিঞ্চত্তন নগৰৰ ওচৰত্ত একে লগে ৰক্ষা ৰথ এসাৰি ৰেলৰদত্ত জাঁওত্তে এক খনা জানৰ ওচৰ পাই বাট এৰি সকলোবিলাক জানত্ত পৰি খুন্দা খাই ভাগিল। ভিত্তৰত্ত জি বহু মানুহ আচিল সিইত্তৰ বৰ উৰুমি উঠিল, পাচে উলিয়ালত্ত কেত্তবোৰ মৰা কেত্তবোৰ হাত্ত ভৰি ভাগি এধা মৰা হল। জানত্ত নৌ পৰোঁত্তে



আমেৰিকাৰ খলা জানত নাও উলাৰ নক্সা।

এজনি তিৰোতাৰ লৰা কোলাত থৈ আছিল; তাই পৰি মৰিম বুলি জানি ৰথৰ খিলিকি দুআৰে দি লৰাক বনৰ ওপৰত পেলাই দিলে, তাতে তাৰ একো দুখ ন হল; মাক এধা মৰা হৈ জিয়াই আছে।



চেপ্তেম্বৰ মাহত স্কটলণ্ড দেশৰ চেন্তমনাঞ্চ নগৰৰ ওচৰ এক নাৱে জাল বাই সৰু মাচ ধৰি থাকোঁতে অকস্মিতে এটা তৰোআল মাচ লাগি আছিল। পাচে তাৰ জোখ লৈ দিঘলে ৭ হাত, বেৰে ২ হাত এমূঠন, তাৰ তৰোআল ২ হাত দিঘল পালে।

আমেৰিকাৰ কেন্তুকি প্ৰদেশত বক্হার্ত নামে ১১৪ বচৰ বয়সিয়া এটা মানুহ তিৰোতা আৰু ৪। ৫ লৰাৰে সৈতে এক বৰ গচৰ ধোন্দত বাস কৰি থাকি আছে।

কানাদা দেশৰ প্ৰজাবিলাকৰ মাজত অনেক দ্ৰোহিয়া ওলাই অনেক ঘৰ পুৰিলে, কেতবিলাক মানুহকো মাৰিলে।

আমেৰিকা দেশৰ মিচিচিপি নদিত মেই মাহত বৰকৈ পানি বাঢ়ি মুঅৰ্লিঞ্চ আদি কৰি অনেক গাঁও নগৰ বুৰাই বহু ধনৰ লোকচন হল। চেন্তলুই নগৰত জুই লাগি নগৰৰ তিনি ভাগৰ এভাগ পৰিলে; তাতে হানি হল ১,৪০,০০০০০।।

## "অসমিয়া লৰাৰ মিত্ৰ।"

"The Friend of Young Asam."

অসমিয়া লৰাৰ মিত্ৰ নামে দুতিয় আৰু ত্ৰিতিয় ভাগ দুখন মুদ্ৰৰ কিতাপ গুআহাটিৰ পৰা পালোঁ।

শ্ৰীযুত বাবু আনন্দিৰাম ঢেকিয়াল ফুকনে কলিকতালৈ গৈ হিন্দু কলিজত ভাল ৰূপে ইংৰাজি বিদ্যা সিকিলে; পাচে গুআহাটিলৈ উভতি আহি আপোন অসম দেশৰ উপকাৰ হবৰ নিমিত্তে চিন্তা কৰি জেতিয়া আহৰি পাই তেতিয়া অলপ অলপকৈ এনে কিতাপ লিখিব ধৰিলে। আৰু বহু স্ৰমেৰে ইংৰাজি ভাসাৰ পৰা অসমিয়া ভাসাকৈ এই দুখন কিতাপ লিখি আৰু কলিকতাত সুন্দৰ আখৰেৰে চপালে।

মাজে মাজে ভুল ওলাই, কিন্তু মানুহৰ লিখা কতাপত বিসেসকৈ কোনো ভাসাত প্ৰথমে লিখা কিতাপবোৰত ভুল থাকে; কিন্তু বহু ভাল আৰু গিয়ানৰ কথা ইয়াতে ওলাই আৰু পঢ়িব জনা মানুহে কিনি পঢ়িলে ভাল। এই ফুকনৰ নিচিনা কেৱল আপোন সুখ বা লাভ নি বিচাৰি আন ভদ্ৰ মানুহবোৰে আপোন দেসৰ মানুহৰ উপকাৰৰ নিমিত্তে সেই ৰূপে কোনো গিয়ানৰ কিতাপ লিখিলে ভাল।

লোকৰ আগত আপোনাৰ নামত প্ৰসংসা পাবৰ ইচা নাই দেখি ফুকনে সেই কিতাপৰ ওপৰত আপুনি কৰা বুলি নাম নি দিলে। অসমিয়া লোকৰ মাজত প্ৰথমে আপোন দেসৰ উপকাৰ চিন্তি এনে কোনো গিয়ানৰ কিতাপ কৰি চপোআত এই পুৰুসৰ আগত জদি তেঁওৰ প্ৰসংসা নোলাই তথাপি ইয়াৰ পাচে অনেক পুৰুসলৈকে তেঁওৰ সু জসস্যা থাকিব।

এতিয়া অসম দেসত জি লৰা সৰু হৈ আছে, অলপ বচৰৰ মূৰত ডাঙৰ হব, আৰু পিতৃবিলাকে জি ভাল কৰম পাই কৰি আছে সেই কৰম বা আন উত্তম কৰম পাব, আৰু সেইবোৰৰ গিয়ান বাঢ়িবৰ নিমিত্তে জিলা আদি গাঁওবোৰত থকা লৰা সকলে গিয়ান বাঢ়িবৰ নিমিত্তে অতি স্ৰম কৰি পঢ়ি সিকিবলৈ উচিত।

এই দুই কিতাপৰ প্ৰথম পাতত জি লিখা আছে তাকে তলত চাপিচোঁ।

"অসমিয়া লৰাৰ মিত্ৰ। ২ দুতিয় কাণ্ড। বালকোপদেসক; অৰ্থাত অসম দেসৰ লৰাবিলাকৰ উপকাৰলৈ নিতি ধৰম, আৰু নানা বিদ্যা বিসয়ক উপদেস। অসম দেসৰ লোক এজনাৰ দোআৰাই ইংৰাজি ভাসাৰ নানা পুস্তকৰ পৰা সংগ্ৰহ হৈ অসমিয়া ভাসাই ভাসান্তৰ হল। দুতিয় ভাগ। মুল্য ১।০, পাঁচ সিকি মাত্ৰ।"

"আসমিয়া লৰাৰ মিত্ৰ। ৩ ত্ৰিতিয় কাণ্ড। ভুগোল প্ৰকৰন; অৰ্থাত প্ৰিথিবিত জি সকল দেস আছে, তাৰ নদি, পৰ্বত, নগৰ, অদ্ভুত বস্তু, ৰাজ্যসাসন, উত্পন দ্ৰব্য, বানিজ্য, আৰু লোক সকলৰ ৰিতি, চৰিত্ৰ, ধৰম, ইত্যাদিৰ বিবৰন।"

কেতিয়াবা জদি সেই কিতাপৰ পৰা কোনো কথা অৰুনোদইত চাপোঁ, তেন্তে তাক জানিবৰ নিমিত্তে কথাৰ সেসত অ. ল. ম. এই আখৰ লগাই দিম।

এই কিতাপ দুতিয় ভাগৰ পৰা লৰাবিলাকে বিদ্যা সিকিবলৈ উদগোআ কথা পাই তলত চাপিচোঁ।

"তোমোলাকৰ ভিতৰৰ অনেকে প্ৰবৰ্তিবৰ উপায়লৈ আৰু ধন আৰ্জ্জিবলৈহে বিদ্যা সিকিব লাগে বুলি ভাবিব পাৰা, কিন্তু সেইটো ভ্ৰমহে; কিয়নো বিদ্যাৰ জি সকল গুনৰ কথা কলোঁ তাৰ আগত ধন কি? আৰু কোনো কোনো লৰাই এনেও বুলিব পাৰে বোলে বিদ্যা সিকিলে নো কি হব? মোৰ ধন আছে বিদ্যা ন হলেও সুখে খাই লৈ থাকিব পাৰিম। হে মোৰ প্ৰিয় মিত্ৰ সকল, মই মিনতি কৰি কওঁ, এনে ভাবনা কেতিয়াও তোমোলাকৰ মনত থিতি হব নি দিবা; এনেকৈ ভাবি অনেক ধনৱন্ত লৰা নষ্ট হৈছে, প্ৰিথিবিৰ ধনেৰে পৰকালত কি কৰিবা?

"হে লৰাবিলাক, তোমোলাক জদি অতি ধনৱন্তেই হোআ তেঁও বিদ্যাক হেলা ন কৰিবা; ধনৱন্ত হৈ বিদ্যাৱন্ত হব পাৰিলে অধিক সুখৰহে কথা, কিন্তু ধন থাকি বিদ্যা নে থাকিলে তাৰ সমান বিসম পাব লগা কথা আৰু নাই।

এতিয়া জদি বিদ্যা উপাৰ্জন কৰিবৰ কি উপাই সোধা তেন্তে সুনা। স্ৰম আৰু মনোজোগ এই দুয়েই থাই উপাই; মন দি স্ৰম কৰিলে নিচইকৈ বিদ্যা হই, আৰু এই কথাৰ কেতিয়াও অন্যথা ন হই। অনেক লৰাই ভাবে বোলে, মোৰ কপালত জদি বিদ্যা হব লগা আছে তেন্তে হব, এই এটা নিচেই অবোধৰ কথা, এই ভাবনা কৰি স্ৰম ন কৰা মুৰ্খৰহে চিন। স্ৰম কৰিলে অতি বৰ দুঃসাধ্য কথাকো কৰিব পাৰি, এতেকে তুমি পাৰা মানে স্ৰম কৰা, তোমাৰ অৱস্যে বিদ্যা হব, কেতিয়াও নৈৰাস ন হবা। কোনো কোনো লৰা আনতকৈ বুধিমন্ত হই, কিন্তু তুমি স্ৰম কৰিলে তোমাৰো বিদ্যা ন হৈ নে থাকে! লৰা কালেই বিদ্যা সিকিবৰ ভাল সময়, কিয়নো ডাঙৰ হলে মানুহৰ প্ৰবৰ্তিবৰ উপাই চিন্তোতেই দিন জাই, এতেকে সেই কাল এনেই নে খেদিবা; কিন্তু জদি সিসু কালৰে পৰা বিদ্যা নি সিকা ডাঙৰ হলেও সিকিবা, আৰু বিদ্যা সিকিবৰ কাল গল নু বুলি. পুৰুসাৰ্থহে কৰিবা। আদিতে বিদ্যা সিকিবলৈ টান দেখি ভাল নে পাব পাৰা, কিন্তু কিচুমান স্ৰম কৰি বিদ্যাৰ অলপ সোআদ বুজিব পাৰিলে পাচে তোমাৰ পৰ্হিবলৈ আপুনি অভিলাস হব। অগিয়ানে এই স্ৰমকে সহিব নোআৰি অৱসেসত মুৰ্খ হই।

"কিন্তু হে প্ৰিয় লৰা সকল, বিদ্যাৰ দোআৰাই তোমোলাকে জিবোৰ উপদেস পোআ সেই উপদেস সকল সুনিলেই ন হই, কিন্তু জেনে সুনা তেনেকৈ চলিবও লাগে। লৰা কালত তোমোলাকৰ মন গোটেই কোমল, জি পোনে নিয়া সেই পোনেই জাব, আৰু তেতিয়াই জদি সৎ বাটে নিয়া ডাঙৰবলৈ সৎ হবা, কিন্তু অসৎ বাটে নিলে ডাঙৰবলৈকো অসৎ হবা; এতেকে সৰুৰে পৰা সদাই ভাল কথা মনত সাঁচি থবা।"





চোঁঅৰ পহু অৰ্থাত ভোটৰ গৰু ।

The Tibet or Chowrie-tailed Ox.

ভুটিয়া গৰুৰ মুৰ চুটি, নাক বহল, কান ডাঙৰ, নেগুৰ ঘোঁৰাৰ নিচিনা, আৰু পিঠি কালে গলধনত তাৰ চুট থাকে, অ'ৰু গোটেইটো গাতে দিঘল দিঘল নোম আছে। সি বৰ ধঙাল আৰু তাৰ মাত গাহৰিৰ নি্নি, সেই কাৰনে ইউৰপিয়াবিলাকে হোকোৰা গৰু বোলে। মাখি আদি খেদিবলৈ আৰু কোনো কোনো দেসিবোৰেও মৰজাত বুলি তাৰ নেগুৰৰ নোমবোৰৰ চোঁঅৰ বনাই লই ।

## য়াকোবৰ বিবৰন

History of Jacob.

ইচাক মৃত্যু হোৱাৰ পূৰ্ব্বে তেঁও আপোন সৰু পুত্ৰ য়াকোবক আসিৰ্বাদ দি এই আগ্যা কৰিলে, বোলে, তুমি কিনান দেসৰ মাজত কোনো কন্যা বিবাহ ন কৰিবা; কিন্তু উঠা, তোমাৰ মাত্ৰি বংসৰ ঘৰলৈ গৈ। তাৰ পৰা কোনো কন্যা বিবাহ কৰাগৈ। আৰু সৰ্বসক্তিমন্ত পৰম ইস্বৰে আসিৰ্বাদ কৰি তোমাক বলৱন্ত আৰু বহু প্ৰজা কৰোক। আৰু জি অধিকাৰ আব্ৰাহামত কৰিলে; সেই প্ৰতিগ্যা আৰু আসিৰ্বাদ তোমাত আৰু তোমাৰ পাচত হোৱা সন্তানবিলাকত সিধি কৰোক। আৰু জি দেসৰ নিমিত্তে পূনৰাই ইস্বৰে তেঁওত প্ৰতিগ্যা কৰিছিল, আৰু জতে তুমি এতিয়া প্ৰবাসি হৈ আচা, এই দেসতে সুখ ভোগ কৰিবা। সেই ৰূপ ইচাকে য়াকোবক আসিৰ্বাদ কৰি বিদাই দিলত, য়াকোবে সিবিলাকৰ আগ্যা মানি পাদানাৰাম নামে তেঁওৰ মাত্ৰি ৰিবিকাৰ পিত্ৰি বিথূএলৰ ঘৰলৈ জাত্ৰা কৰিলে।

পাচে য়াকোবে বেৰচেবাৰ পৰা হাৰোনলৈ জাঁওতে এক ঠাই পাই, তাতে বেলি বহাৰ কাৰনে থাকিল; আৰু তাৰে গোটা চাৰেক সিল লৈ গাঁৰু কৰি ওৰে ৰাতি সেই ঠাইতে সুই আছিল; পাচে সুই থাকোঁতে সপোনত এটা জখলা দেখিলে, তাৰ মুল প্ৰিথিবিত, আৰু তাৰ আগে স্বৰ্গ লগ্নিচিল; আৰু তাতে ইস্বৰৰ দূতবিলাকক উঠিবৰ আৰু নামিবৰ দেখিলে; আৰু তাৰ ওপৰত পৰম ইস্বৰে থিয় হৈ য়াকোবত কলে, ময়ে পৰম ইস্বৰ, তুমি জি দেসতে সয়ন কৰিচা, এই দেসকে মই তোমাক আৰু তোমাৰ বংসক দিম। তোমাৰ বংস প্ৰিথিবিৰ ধূলিৰ নিচিনা অসংখ্য হব, আৰু তুমি পুব, পচিম, উত্তৰ, দখিন, চাৰিও দিগে বিয়াপি জাবা; তাতে তোমাৰ আৰু তোমাৰ সন্তানবিলাকৰ নিমিত্তে প্ৰিথিবিৰ সকলো জাতি লোকে আসিৰ্বাদ পাব। আৰু তুমি জি ঠাইলৈ জোৱা, সেই ঠাইতে ময়ো তোমাৰ সহাই হৈ পুনৰ্ব্বাৰ এই দেসলৈ আনিম। তোমাক মই কেতিয়াও নেৰিম, কিন্তু তোমাৰ আগত মই জি জি কলোঁ সেই সকলো সাম্পুৰ্ন কৰিম। পাচে নিদ্ৰা ভাগিলত য়াকোবে চেতন পাই কলে, অৱস্যে এই ঠাইতে পৰম ইস্বৰ আছে, কিন্তু মই ইয়াক নেজানিলোঁ; তেঁও ভয়েৰে আৰু কলে, এই ঠাই কেনে ভয়ানক! এই ঠাইএই ইস্বৰৰ ঘৰ, আৰু স্বৰ্গৰ দুৱাৰ হয়।

পাচে য়াকোবে ৰাতি পুৱাই উঠি জি সিলক তেঁও গাঁৰু কৰি লৈছিল, তাকে খুঁটাৰ নিচিনাকৈ ৰাখি তাৰ ওপৰত তেল ৰাকি দিলে; আৰু সেই থানৰ নাম বৈথেল (অৰ্থাত ইস্বৰৰ ঘৰ) ৰাখিলে। তেতিয়া য়াকোবে আপোন ইচাৰে এই সপত কৰি কলে, মই জি ঠাইলৈ জাত্ৰা কৰিচোঁ, সেই ঠাইতে জদি ইস্বৰে মোক ৰখ্যা কৰি মোৰ সহাই হই, আৰু আহাৰৰ নিমিত্তে অন্ন, আৰু পিন্ধিবৰ নিমিত্তে কাপৰ দিএ, আৰু কুসলে পুনৰাই মোক পিত্ৰি ঘৰলৈ ওভতাই আনে, তেন্তে পৰম ইস্বৰেই মোৰ প্ৰভু হব, আৰু এই সিলেই ইস্বৰৰ ঘৰ হব, আৰু জি কিছু সম্পত্তি তেঁও মোক দিএ, তাৰ দসম ভাগ মই তেঁওক দিম।

তাৰ পাচে য়াকোবে জাঁওতে জাঁওতে আপোন মাত্ৰিৰ বংসৰ দেস পালেগৈ; পাচে লাবান তেঁওৰ মোমাইএক জত আছিল, সেই ঠাই পাই মোমাইএকৰ ঘৰত থাকিল। জেতিয়া তাত কিছু দিন থকা হল, তেতিয়া মোমাইএকে সুধিলে, বোলে তুমি মোৰ হাৰ আৰু মংস, এতেকে মোৰ লগত বিনা মুল্যে কিয় আচা? মোৰ লগত এটাৰ নিমিত্তে তোমাক জি বেচ লাগে তাক কোৱা, তাতে মই জোগ্য বেচ তোমাৰ দিম। সেই লাবানৰ দুজনি জিএক আছিল, বৰ জনিৰ নাম লিহ, সৰু জনিৰ নাম ৰাহেল; লিহৰ চকু দেখিবলৈ সুঅনি, কিন্তু ৰাহেল সুন্দৰ আৰু অতি ৰূপৱতি আছিল। তেতিয়া য়াকোবে কলে, তোমাৰ সৰু জিয়া ৰাহেলৰ নিমিত্তে মই সাত বচৰ তোমাৰ ঘৰত বম। পাচে লাবানে কলে, তেন্তে থাকা, আনক দিয়াতকৈ তোমাক দিয়াই ভাল। তেতিয়া য়াকোবে ৰাহেলৰ নিমিত্তে সাত বচৰ লাবানৰ ঘৰত বলে, তথাপিও তাইক ইমান প্ৰিতি কৰাৰ নিমিত্তে অলপ দিনহে বুলি জানিলে।

জেতিয়া সেই সাত বচৰ পুৰ হল, তেতিয়া য়াকোবে লাবানত কলে, এতিয়া তোমাৰ জিয়া ৰাহেলক মোৰ ভাজাৰ্থে দিয়া, কিয়নো মোৰ বচৰ পুৰ হল। পাচে লাবানে আপোন দেসৰ বেৱহাৰ মতে বৰ জনি জিএক য়াকোবে ন জনাকৈ তেঁওৰে লৈতে বিবাহ দিলে; পাচ দিনা য়াকোবে সেই কথা জানি আৰু লিহক দেখি লাবানত কলে, মই ৰাহেলৰ নিমিত্তে এই সাত বচৰ

তোমাৰ ঘৰত খটা নাই নে? তেন্তে কিয় মোক এনে বঞ্চনা কৰিলা? তাতে লাবানে কলে, বৰ জনিক ৰাখি সৰু জনিক আগেএ বিবাহ দিয়া আমাৰ দেসত অনুচিত কথা। এই হেতুকে তুমি এই সাত দিন তাইৰ লগত নিউআ পাচে ৰাহেলকো তোমাৰে সৈতে বিবাহ দিম, আৰু তাইৰ নিমিত্তেও পুনৰাই সাত বচৰ মোৰ ঘৰত খাটিবা। পাচে য়াকোবে সেই সাত দিন নিয়ালত লাবানে পুনৰাই ৰাহেলক তেঁওৰে সৈতে বিবাহ দিলে; আৰু তেঁও তাইৰ নিমিত্তেও সাত বচৰ লাবানৰ ঘৰত ৰলে।

পাচে জেতিয়া য়াকোবৰ অনেক সতি সন্তান হল, আৰু তেঁওৰ বচৰো পুৰ হল, তেতিয়া তেঁও লাবানত কলে, এতিয়া মোক আপোন দেস আৰু আপোন ঠাইলৈ জাব দিয়া, লাবানে কলে, জদি মই তোমাৰ সাখ্যাতে অনুগ্ৰহ পোআ হৈচোঁ, তেন্তে মোৰ লগত আৰু কিছু কাল থাকা, কিয়নো মই জানিচোঁ তোমাৰ নিমিত্তে ইশ্বৰে মোক আসির্বাদ কৰিচে; আৰু এতিয়া পুনৰাই তুমি জি বেচ পাবলৈ থিৰ কৰিবা, তাকে মই তোমাক দিম। তেতিয়া য়াকোবে মাত লগাই কলে, মই জি ৰূপে তোমাৰ দাস কৰম কৰিচোঁ, তাক তুমি জানা, আৰু মোৰ লগত তোমাৰ পহুবোৰ জি ৰূপে আচে তাকো জানিচা, কিয়নো মই অহাৰ পুৰ্বে তোমাৰ অলপ সম্পত্তি মাথোন আচিল, কিন্তু এতিয়া অধিক হৈচে; মই অহাৰ পৰা পৰম ইশ্বৰে তোমাক আসির্বাদ কৰিচে। কিন্তু মোৰ পৰিয়ালৰ নিমিত্তে কোন কালে বস্তু সাঁচিম? তাতে লাবানে কলে, তোমাক জি বেচ লাগিচে, তাকে মোত কোআ। পাচে য়াকোবে কলে, তুমি মোক আন একো বেচ দিব নে লাগে, কিন্তু আজি মই মেৰ আদি জাকলৈ জাঁও আৰু চিলা পখৰা আৰু মুগা বৰনিয়া গৰু, আৰু কপিলা বৰনিয়া মেৰ, আৰু চিলা পখৰা চাগ এইবোৰক জাকৰ মাজৰ পৰা বেলেগ কৰোঁ, আৰু সেইবোৰেই মোৰ স্বৰূপ বেচ হব, আৰু জিবোৰ সেই ৰূপে জগিব সেইবোৰো মোৰ হব। তাতে লাবানে কলে, তোমাৰ কথাৰেই হওক। পাচে য়াকোবে সেই দিনাই কপিলা, মুগা, আৰু চিলা পখৰা চাগ, মেৰ আৰু গৰুক জাকৰ পৰা বেলেগ কৰি আপোন পুত্ৰইতৰ হাতত দিলে; তাতে সিহঁতে সেইবোৰক লৈ লাবানৰ জাকৰ পৰা তিনি দিনৰ আঁতৰত আপোন পহুবোৰ চৰালে।

আৰু য়াকোবে লিব্নি লুচ আৰু অৰ্মোন গচৰ কেঁচা ডালবোৰ কাটি আনি চাল বখলিয়াই সৰু সৰু আঁহৰ বেখাবোৰ উলিয়ালে। পাচে জি সময়ত পহুবিলাক পানি খাবলৈ আহে, তেতিয়া সিহঁত জেন গাভিনি হই, এই নিমিত্তে পানি খোআৰ সমই পহুবিলাকে সন্মুখ কৰা বেলি সিহঁতৰ আগত পানি খুউআ চৰিয়াৰ মাজতে সেই ডালবিলাক ওখকৈ থলেনি। এই কাৰনে সিহঁত সেই ডালৰ ওচৰত গাভিনি হোআত ঘূৰনিয়া ফুটুকা ফুটুকি আৰু মুগা, বগা বৰনিয়া চিকন পোআলিবোৰ জগিল। তেতিয়া য়াকোবে সেই পোআলিবোৰ বেলেগ কৰিলে, আৰু বলি পহুবোৰে ডালৰ আগতে জেন গাভিনি হই, এই নিমিত্তে চৰিয়াৰ মাজত পহুবোৰৰ সমুখত সেই ডালবোৰ ৰাখি থলে; তাতে জিমান বলি পহু আচিল, সেই আটাইবোৰ য়াকোবৰ; আৰু নিৰ্বলিবোৰ লাবানৰ হল। পাচে য়াকোব দাস দাসিৰে আৰু পহুৰে, উটৰে, গাধৰে অতি চহকি হল।

জেতিয়া য়াকোবে দেখিলে, জে তেঁওলৈ লাবানৰে আৰু তাৰ পুত্ৰইতৰে মন বিমুখ হল, তেতিয়া তেঁও আপোন তিৰি পুত্ৰাদিক একে লগে চপাই আপোনাৰ সকলো দুখৰ কথা বুজালে; পাচে আৰু জি জি বস্তু আচিল, আৰু চাগ আদি কৰি সকলো পহুবোৰক লৈ লাবানৰ পৰা পলাই গল। তেতিয়া য়াকোবে জাত্ৰা কৰোঁতে ইশ্বৰৰ দুতবিলাকে দৰ্সন দিলে; তাতে য়াকোবে কলে, এয়ে ইশ্বৰৰ সৈন্য। তাৰ পাচত আপোন ভাই এচৌৰ ওলৈ মানুহ পঠাই আপুনি অহাৰ বাত্ৰা কোআলে; পাচে মানুহবোৰ উভতি আঁহি তেঁওক কলে, তোমাৰ ভাই এচৌএ আপোনাৰ লগত চাৰি স মানুহ লৈ তোমাক আগ বাঢ়িবলৈ আহিচে। তাতে য়াকোবে সেই কথা সুনি মনত অতি ভই পাই আপোনাৰ মানুহ বস্তু সকলোকে সমানে দুভাগ কৰি কলে, জদি মোৰ ভাই এচৌএ এমুঠক মাৰে তেও এমুঠ ৰখ্যা পৰিব। পাচে তেঁও মাত তুলি ইশ্বৰলৈ এই প্ৰাৰ্থনা কৰিলে, হে মোৰ পিত্ৰি আব্ৰাহাম আৰু ইচাকৰ ইশ্বৰ, তুমি আপুনি মোক এই কথা কৈচিলা তুমি

আপোন দেসে, আপোন গিয়াতিবোৰৰ তলৈ পুনৰাই গমন কৰি জোআ, তাতে মই তোমালৈ সুভ কৰিম এই বুলি তুমি দাসৰ প্ৰতি জি ৰূপ দায়া প্ৰকাস কৰিলা সেই অনুগ্ৰহৰ মাজৰ মই এটিৰো জোগ্য ন হঁও, কিয়নো মই আহোঁতে কেৱল এই লাখুটিৰে য়ৰ্দান নদি পাৰ হলোঁ, কিন্তু এতিয়া দুই সমুহ হৈ উভতি আহিচোঁ। এতিয়া মোক এচৌ ভাইৰ হাতৰ পৰা ৰখ্যা কৰোক, কিয়নো সি আহি মাকে সৈতে এই লৰা-বিলাকক কি জানি বধে ইয়াতে মোৰ সংসই আচে। হে প্ৰভু তুমি কৈচিলা বোলা, মই অৱ-সে্য তোমাৰ মঙ্গল কৰিম আৰু সমুদ্ৰৰ অসংখ্যা বালিৰ দৰে তোমাৰ বঙ্গহ বৃধি কৰিম।

তাৰ পাচে য়াকোবে জাকৰ পৰা অনেক পহু আৰু নানা ৰূপ বস্তু লৈ এচৌক পথৰ মাজতে ভেঁটি দিবলৈ মানুহ পঠাই দিলে। কিয়নো তেঁও মনত গুনিচিল বোলে,—কি জানি এচৌএ এই ভেঁটি পাই আমাৰ প্ৰান ৰখ্যা কৰিব। পাচে য়াকোবে সেই ৰাতি আপোন মানুহৰ লগত থা-কিল, আৰু ৰাতিতে উঠি আপোনাৰ দুই তিৰিক আৰু দুই দাসিক আৰু এঘাৰেটা পুত্ৰক সঙ্গত লৈ, জবোক ঘাটে পাৰ কৰিলে।

তেতিয়া য়াকোব সেই ঠাইতে অকলেই থা-কিলত এক পুৰুসে ৰাতি পুআলৈকে তেঁওৰ লগত [illegible]ল জুধ কৰিলে, কিন্তু তেঁওক জই কৰিব নো-আৰিলে। ইয়াকে দেখি তেঁও য়াকোবৰ কৰঙ্গ-নৰ সন্ধি ঠাইত মাৰিলে। তেঁওৰে সৈতে এই ৰূপে মাল জুধ কৰোঁতে য়াকোবৰ সন্ধি ঠাই ভাগি গুৰি হল। পাচে সেই পুৰুস জনে কলে, মোক এৰা, কিয়নো ৰাতি পুআল; তাতে য়াকোবে কলে, তুমি মোক আসিৰ্বাদ ন কৰিলে মই এৰি দিব নোআৰোঁ। পুনচ সেই পুৰুসে সুধিলে তো-মাৰ নাম কি? তেঁও উত্তৰ কৰিলে য়াকোব; তেঁও কলে, তোমাৰ নাম য়াকোব বুলি আৰু বি-খ্যাত ন হব, কিন্তু ইস্ৰাএল, (অৰ্থাত ইস্বৰ জই) নামে প্ৰখ্যাত হবা; কিয়নো তুমি ৰজাৰ দৰে ইস্বৰৰ আৰু মানুহৰ লগত জুধ কৰি জই কৰি-লা; তেতিয়া য়াকোবে কলে, মই প্ৰাৰ্থনা কৰি-চোঁ, আপোনাৰ কি নাম কওক? পাচে তেঁও কলে, তুমি মোৰ নাম কিয় সুধিচা? সেই ঠাই-তে য়াকোবক তেঁও আসিৰ্বাদ কৰিলে। তেতিয়া য়াকোবে সেই ঠাইৰ নাম পিনুএল,(অৰ্থাত ইস্ব-ৰৰ বদন)থলে; কিয়নো তেঁও বুলিলে, মই ইস্ব-ৰৰ বদন ৰূপ দেখাতো মোৰ প্ৰান ৰখ্যা হল।

এই ৰূপে য়াকোবে ইস্বৰৰ আগ্যাত ফুৰি আৰু কৰম কৰি আপোন পিত্ৰি আব্ৰাহাম আৰু ইচাকৰ আগত ইস্বৰে জি প্ৰতিগ্যা কৰিচিল, সেই প্ৰতিগ্যাৰ ভাগি হল। আৰু বিস্বাসেৰে সকলো কৰম কৰি সেসে আনন্দে ইস্বৰৰ হাতত আপোন প্ৰানক তিয়াগ কৰি দিলে। ন. ল.

---

Almanac for November, 1849.

## নৱেম্বৰ, অৰ্থাত আঘোন, ১৮৪৯।

| বাৰ | নবেম্বৰ | কাতি | সুৰ্য্যোদয় | সুৰ্য্যৰ মধ্যান | সুৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰৰ মধ্যান |
|---|---|---|---|---|---|---|---|---|
| বি | ১ | ১৭ | ৬।১৪ | ১১।৪৪ | ৫।১৫ | ১৬ | ২ | পুআ |
| সু | ২ | ১৮ | ৬।১৪ | ১১।৪৪ | ৫।১৪ | ১৭ | ৩ | ০।৪৭ |
| স | ৩ | ১৯ | ৬।১৫ | ১১।৪৪ | ৫।১৩ | ১৮ | ৪ | ১।৪৮ |
| দেও | ৪ | ২০ | ৬।১৬ | ১১।৪৪ | ৫।১২ | ১৯ | ৫ | ২।৪৮ |
| সো | ৫ | ২১ | ৬।১৬ | ১১।৪৪ | ৫।১১ | ২০ | ৬ | ৩।৪৭ |
| ম | ৬ | ২২ | ৬।১৭ | ১১।৪৪ | ৫।১১ | ২১ | ৭ | ৪।৪৬ |
| ব | ৭ | ২৩ | ৬।১৮ | ১১।৪৪ | ৫।১০ | ২২ | ৮ | ৫।৪২ |
| বি | ৮ | ২৪ | ৬।১৯ | ১১।৪৪ | ৫।৯ | ২৪ | ১০ | ৬।৩৬ |
| সু | ৯ | ২৫ | ৬ | ১১।৪৪ | ৫।৮ | ২৫ | ১১ | ৭।২৭ |
| স | ১০ | ২৬ | ৬।২ | ১।৪৪ | ৫।৮ | ২৬ | ১২ | ৮।১৫ |
| দেও | ১১ | ২৭ | ৬।২২ | ১১।৪৪ | ৫।৭ | ২৭ | ১৩ | ৯।৩ |
| সো | ১২ | ২৮ | ৬।২২ | ১১।৪৪ | ৫।৭ | ২৮ | ১৪ | ৯।৪৮ |
| ম | ১৩ | ২৯ | ৬।২৩ | ১১।৪৫ | ৫।৬ | ২৯ | ১৫ | ১০।৩৪ |
| ব | ১৪ | ৩০ | ৬।২৪ | ১১।৪৫ | ৫।৬ | ৩০ | ১৬ | ১১।২০ |
| বি | ১৫ | আঘোন | ৬।২৫ | ১১।৪৫ | ৫।৫ | ১ | ১৬ | ১২।৬ |
| সু | ১৬ | ২ | ৬।২৫ | ১১।৪৫ | ৫।৫ | ২ | ১৭ | ১২।৫২ |
| স | ১৭ | ৩ | ৬।২৬ | ১১।৪৫ | ৫।৪ | ৩ | ১৮ | ১৩।৪০ |
| দেও | ১৮ | ৪ | ৬।২৭ | ১১।৪৬ | ৫।৪ | ৩ | ১৯ | ১৪।২৭ |
| সো | ১৯ | ৫ | ৬।২৮ | ১২।৪৬ | ৫।৪ | ৪ | ২০ | ১৫।১৫ |
| ম | ২০ | ৬ | ৬।২৯ | ১১।৪৬ | ৫।৩ | ৫ | ২১ | ১৬।৩. |
| ব | ২১ | ৭ | ৬।২৯ | ১১।৪৬ | ৫।৩ | ৬ | ২২ | ১৬।৫০ |
| বি | ২২ | ৮ | ৬।৩০ | ১১।৪৭ | ৫।৩ | ৭ | ২৩ | ১৭।৩৬ |
| সু | ২৩ | ৯ | ৬।৩১ | ১১।৪৭ | ৫।৩ | ৮ | ২৪ | ১৮।২২ |
| স | ২৪ | ১০ | ৬।৩১ | ১১।৪৭ | ৫।৩ | ৯ | ২৫ | ১৯।৮ |
| দেও | ২৫ | ১১ | ৬।৩২ | ১১।৪৭ | ৫।৩ | ১০ | ২৬ | ১৯।৫৫ |
| সো | ২৬ | ১২ | ৬।৩৩ | ১১।৪৮ | ৫।৩ | ১১ | ২৭ | ২০।৪৪ |
| ম | ২৭ | ১৩ | ৬।৩৩ | ১১।৪৮ | ৫।২ | ১২ | ১ | ২১।৩৬ |
| ব | ২৮ | ১৪ | ৬।৩৪ | ১১।৪৮ | ৫।২ | ১৩ | ২ | ২২।৩০ |
| বি | ২৯ | ১৫ | ৬।৩৪ | ১১।৪৯ | ৫।২ | ১৪ | ৩ | ২৩।২৮ |
| সু | ৩০ | ১৬ | ৬।৩৫ | ১১।৪৯ | ৫।১ | ১৫ | ৪ | |

আমাবাস্যা ১৫ দিনৰ ৩।৩১ পুআ।
পুৰ্নিমা ৩০ দিনৰ ৯।৪৩ পুআ।

*The* ORUNODOI, *Published Monthly by* O. T. CUTTER, *at the Am Bap. Mission Press, Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুর্থ চোঙা। মোং সিৱসাগৰ, নৱেম্বৰ ১৮৪৯ খ্রিং অং সঁক। নম্বৰ ১১।

VOL. IV. SIBSAGOR, ASAM, NOVEMBER, 1849. No. 11.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

নৱেম্বৰ ১১ তাৰিখে গধুলি বেলা সিৱসাগৰ বজাৰত জুই লাগি ৮ টা মান কেঁয়াৰ ঘৰ পুৰিলে।

লেপ্তেনন্ত হত্চিঞ্চন নামে চটগাঁৱত থকা এজন চাহাবে মান্দ্ৰাজ নগৰলৈ জাবৰ নিমিত্তে আপোনাৰ ভাৰ্জা লৰা এটাই সৈতে ১০ অক্তোবৰত নাৱত সুন্দৰবনৰ মাজে দি জাঁওতে জোআৰ হুহকি গৈ সিবিলাকক এটা বালি চটত এৰি পেলালে। পাচে জোআৰ আকও আহিবৰ নিমিত্তে বাট চাই নির্ভয়ে আচিল; কিন্তু ৰাতি ৮ বজাত জোআৰ বৰকৈ ককআই অতি বেগেৰে উঠি আহি নাৱত আফাল মাৰি ভাঙ্গিলে। মেম চাহাবে লৰাক লৈ নাৱৰ চাপৰত উঠি কিচু বেলি থাকিল; কিন্তু সিও ভাগি গলত লেপ্তেনন্ত চাহাবে লৰা তিৰোতাক হাতত ধৰি বামলৈ সাঁতুৰিব খুজিলে; পাচে ঢৌৱে বৰকৈ মাৰি হাতৰ পৰা দুইকো এককালত এন্ধাৰৰ কাৰনে নেদেখা হৈ তল গল। পাচে নাৱৰ তোখৰ চাৰেক চপাই ভুঁৰ সাজি চাহাব আৰু নাৱৰিয়াবিলাক উঠি থাকিল; কিন্তু ৰাতি নৌ পুৱাওতে আয়া আৰু পাঁচোটা নাৱৰিয়াই ভুঁৰৰ হাত এৰি তল গল। অৱসেস জি আচিল সিবিলাকক ১৩ তাৰিখত কেতবিলাক মাচ মৰিয়াই দেখি ৰখ্যা কৰি গাঁৱলৈ নিলে।

বাইক্কলমান নামে এখন ইংৰাজি জাহাজে মানুহক বন্দিকৈ চোৰ কৰা ডকাইতৰ জাহাজ দেখি খেদি জাঁওতে সি জাহাজ বালিত লাগি ভাগিল। তাৰ ভিতৰত থকা বন্দিবোৰৰ ১২৫ মানুহ বামলৈ সাঁতুৰি গৈ ৰখ্যা পৰিল; ইংৰাজিএ সেইমান মানুহ পানিৰ পৰা তুলিলে, অৱসেস ৩৫০ মান তল গৈ মৰিল।

ওমোএল নামে লণ্ডন নগৰত এজন মানুহৰ ঘৰবিয়া জন্তু থকা গৰালত সিংহ এজনিএ চেপ্তেম্বৰ ৪ তাৰিখত তিনটা পোআলি জগালে। সিইতৰ বাপেকটো বাৰ্বেৰি দেসৰ কলা বৰনিয়া সিংহ; তাৰ ওথ প্ৰায়ে তিনি হাত মাথোন।

১৫ চেপ্তেম্বৰত সিৱৰপুল নগৰত এজন বধি মানুহক কাঁচি দিয়া দেখিবলৈ এক লাখ মান মানুহে গোট খাই চালে।

৭ চেপ্তেম্বৰত বিত্তাৰ্দচন নামে এজন মানুহে ফটিকাৰে বলিয়া হৈ এটা কমাৰ সাললৈ গৈ লোহাৰ মিস্ত্ৰিক গালি পাৰি থঙ্গ তোলাত মিস্ত্ৰিএ জি দু ভাল লো জোৰাবলৈ তপত আচিল, সেই লোএৰে তাৰ পেটত খোচ মাৰিলত সি পেট ফুটি মৰিল।

ব্ৰওদ নগৰৰ মগনিয়াই বন কৰা ঘৰত এটা বলিয়াক ৰাখি দৰবৰ কাৰনে বেজে তাক ডুহমিয়া পানিত পেলাবলৈ হুকুম দিলত সিইতে মন ন কৰাকৈ উতলা পানি আনি চৰিয়াত ৰাকি তাৰ ভিতৰ বলিয়াক থলে। সি বৰকৈ এটাহ পৰাত মানুহক ভই দিবলৈহে এটাহ পাৰিচে বুলি সিইতে ভাবি মু তুলিলে। পাচে ওলালত গোটেই গাত পানি জোলা বান্ধিলে; একেৰি মানৰ পাচে মৰিল।

১৭ জুন তাৰিখত উএককিল গাঁৱত এটা বলিয়া কুকুৰে তিনি মানুহক কামুৰিলে; সিবিলাকৰ এটা চেপ্তেম্বৰৰ প্ৰথম সপ্তাহত মৰিল; আৰু এটা ২৬ তাৰিখত মৰিল; সি বৰকৈ এটাহ পাৰি নিচেই বিগিয়ান হৈ কুকুৰৰ দৰে ঘেজাই

তুৰ্কি মানুহকো কামুৰিৰ খোজে দেখি পাঁচোটা মানুহে তাক ধৰি বান্ধিব পাৰিচিল। মাজে মাজে গিয়ান পাই মাকক চুমা দিবলৈ মাতে,.কিন্তু মাক আহিলে সি সংসই কৰি বোলে, ওচৰলৈ নাহিবা, কি জানি মই কামোৰোঁ, আঁতৰত থাকা; এই দৰে কিছু দিন থাকি সেসত বৰ জাতনাৰে প্ৰান এৰিলে।

অক্তোবৰৰ ৪ দিনৰ গধুলি বেলা চিচুইক নগৰৰ মংখাওচ নামে এজন মানুহৰ ২৭ বচৰিয়া এটা পুতেকে ৰথত উঠি বাপেকৰ ঘৰলৈ গৈ ঘৰৰ গৰাকি দেখা পাঁও বুলি মাতিলত বাপেকে নে জানি দুআৰলৈ আহিল; তেতিয়াই পুতেকে ৰথৰ পৰা জাঁপ মাৰি চোলাৰ পৰা পিস্তল উলিয়াই বাপেকক গুলিয়াই মাৰিলে। পাচে ৰথত উঠি পলাই গল। কিন্তু পুলিচে খেদি গৈ মাৰিলা নৌ হওঁতেই ধৰিলে।

অস্ত্ৰিয়াই কমৰ্ন নগৰৰ কোঁঠ .ফৌজে সৈতে বেৰি ধৰাত তাত জি হঙ্গাৰি সেনা আচিল সিবিলাক ২৭ চেপ্তেম্বৰত সৰনাগত হৈ নগৰ এৰি দিলে।

কচত, বেম, দেম্বিনাস্কি আদি কৰি হঙ্গাৰি সেনাপতিএ তুৰ্কি দেসলৈ পলাই জোআত তুৰ্কি চুল্তান ৰজাই সিবিলাকক ৰাখে। সেই কাৰনে ৰুচিয়া আৰু অস্ত্ৰিয়াৰ ৰজা আলচ কৰি বোলে, সেই দ্ৰোহিয়াবোৰক এৰি নি দিলে তুৰ্কিএ সৈতেও আমি ৰন কৰিম।

চৰ্কাচি সেনাপতি স্যামিলে আচুল্গা কোঁঠত আস্ৰুই লৈ ৰুচিয়াৰ ফৌজে তাক লবলৈ আক্ৰমন কৰাত সিইতৰ হানি ৪২২ মানুহ হৈচিল। পাচে ২৭ জুলাইত আকও আক্ৰমন কৰিলে, তেতিয়াও মৰা আৰু খুন হোআ হানি হল ৮৭৫।

৪ বচৰৰ আগেয়ে চেৰ জন ফ্ৰাঙ্কলিন দুজন ইংৰাজি জাহাজে সৈতে আমেৰিকাৰ উত্তৰ ফালে মহলা লবলৈ গৈচিল; পাচে চেৰ জন ৰচেও সিবিলাকৰ বাত্ৰা সুনিবলৈ আন দুখান জাহাজেৰে গল। কাৰো একো বাত্ৰা নো পোআত এই বচৰত বহু দ্ৰুমেৰে অনেক জাহাজে সিবিলাকক বিচাৰি বিচাৰি সেসত আমেৰিকাৰ কেতবোৰ এস্কিমৌ নগাৰ লগ পালত সিইতে কৈচে, বিকন্তু মুঁতিত আমি সেই চাৰিও খন জাহাজ দেখিলোঁ; কিন্তু জাৰত আটাই পানি সিল হল; জাহাজ তাতে বন্ধ হৈ আচে; মুঁতিৰ সিপাৰে তিনি বচৰ থকা জাহাজ দুটা আচে; ই পাৰে দুখন এবচৰ মান বন্ধ হৈ আচে; সিল কেতিয়া পমি জাই তাৰ ঠিক নাই, ন পমিলে ওলাব নোআৰে; তথাপি আমি দেখা কালত আটাইবিলাক ভালে আচিল, আৰু জাহাজৰ খোআ বোআ বস্তু ঢুকুউআ নাই। আৰু চেৰ জন ৰচৰ মেম চাহাবে আপোনাৰ স্বামিক দেখা পাবলৈ এখন জাহাজ কিনি জাবলৈ উপাই কৰিচে।

কালিফৰ্নিয়া দেসলৈ এমখা আমেৰিকাৰ মানুহে জাঁওতে এদিন ৰাতি পুআ বেলিকা বহু আদি বাসি আৰৰ মানুহে সিবিলাকক বেৰি ধৰি জুধ কৰিলে। তাতে আমেৰিকাই এডাঁৰ মান বেলিত গুলিয়া গুলি কৰাত পাচে থাকিব নোআৰি সকলো সামগ্ৰি এৰি হুহকি গৈ কৰ্ত্ত লাৰামি নামে কোঁঠত আস্ৰুই ললে। আমেৰিকাৰ মৰিল ২০; আদি বাসিৰ মৰিল এল মান।

ইউৰপৰ ৰুচিয়া দেসত থকা মানুহৰ সংখ্যা ৫,৪০,০০,০০০।

---

## নানা সম্বাদ।

Useful Knowledge.

হে প্ৰিয় লৰাবিলাক, তোমোলাকে জি প্ৰিথিৱিত বাস কৰা সি নো কেনে, আৰু তাত নো কি আচে, তোমোলাকে অদ্যাপিও নে জানা; আৰু জগতৰ নানা দেসৰ কথা ভু নে পাই আন দেসো আমাৰ দেসৰ নিচিনা বুলি ভাবিব পাৰা, কিন্তু প্ৰিথিৱিৰ সকলো ঠায়েই একে দৰৰ ন হই, এক দেসৰ মানুহে জি খাই পিন্ধে, জি ঘৰত থাকে, জি ভাসা কই, জি ধৰম মানে আৰু জি দৰে চলে আন দেসৰ মানুহে তেনেকৈ ন চলে; এক দেসৰ মানুহবোৰ অতি বগা, এক দেসৰ বা অতি কলা, আৰু এক দেসৰ বা তাম বৰনিয়া, কোনো দেসক ৰজাই কোনো দেসক প্ৰজাই সাসন কৰে, কোনো দেসত বৰ জাৰ, আৰু কোন কোন দেস বৰ গৰমি, আৰু এঠাইত বা ইশ্বৰক এক দৰে পুজা কৰে, এঠাইত বা আন দৰে পুজা কৰে; আৰু

ইয়াত বাজে নানা দেসত নানা বিধৰ গচ, বন, ফুল, পহু, চৰাই, কিট, পতঙ্গ, ধাতু ইত্যাদি বস্তু হই; এই সকল কথা তোমোলাকে জানিবলৈ পুৰুসাৰ্থ কৰিব পোৱা, কিয়নো তাৰ পৰা অনেক উপকাৰ হই, আৰু তোমোলাক গিয়ানি হবও পাৰিব, তাৰ সংখ্যেপ বিবৰন আমি লিখিলোঁ; মন দি পৰ্হি নে পাহৰিবলৈ জতন কৰিবা।

এই প্ৰিথিবি থন প্ৰাই বৰাব টেঙ্গাৰ নিচিনা ঘূৰনিয়া, তাৰ পৰিধি * ২৫ হেজাৰ মাইল, অৰ্থাত তিমান ভাঁৱৰ বাট, ২১৮৭৫ ক্ৰোচ, আৰু ব্যাস † ৮ হেজাৰ মাইল বা ৭০০০ সাত হেজাৰ ক্ৰোচ। প্ৰিথিবিৰ ওপৰত জল আৰু থল আছে; দুভাগ মান জল এভাগ থল, মানুহে থলক চাৰি ভাগকৈ বিভক্ত কৰিছে, ইংৰাজি ভাসাত সেই খণ্ডক ইউৰপ, আচিয়া, আফ্ৰিকা, আৰু আমেৰিকা বোলে; ইউৰপ দিঘলে ৩০০০ মাইল, পুতলে ২৪০০ ম্যাইল, এই খণ্ড অতি খুদ্ৰ, কিন্তু তাত বাস কৰা মানুহ সকল অতি সভ্য, তাৰ প্ৰধান দেস ইংলণ্ড (অৰ্থাত ইংৰাজি দেস) ফ্ৰাঞ্চ দেস, ৰুচিয়া, ইস্পানিয়া ইতালি ইত্যাদি। আচিয়া খণ্ড দিঘলে ৭৫০০ মাইল, পুতলে ৫২৫০ মাইল, তাত তুৰুক, আৰব, পাৰ্চি, কাবুল, চিন, ৰুচিয়া, আৰু ভাৰত বৰ্স, (এই দেসতে অসম দেস) ইত্যাদি দেস আছে।

আফ্ৰিকা খণ্ড দিঘলে ৫০০০ মাইল বা ৪২০০ ক্ৰোচ, পুতলে ৪৭০০ মাইল বা ৪০০০ ক্ৰোচ, তাত মিচৰ, খৰচ ইত্যাদি দেস। আমেৰিকা খণ্ড, দিঘলে ৭৫০০, পুতলে ৯০০; এই খণ্ডৰ দুই ভাগ আছে, উত্তৰ আমেৰিকা আৰু দখিন আমেৰিকা।

প্ৰিথিবিৰ মধ্যত প্ৰাই চাৰে ন অৰ্বুদ মান মানুহ আছে, তাৰে ইউৰপত কুৰি কোটি, আচিয়াত সাঠি কোটি, আফ্ৰিকাত পাঁচ চই কোটি, আৰু আমেৰিকাত চাৰি কোটিৰ অধিক, ভাৰত বৰ্সত এক অৰ্বুদ চাৰি কোটি, কিন্তু অসম দেসত মুঠে বাৰে লাখ।

প্ৰিথিবিৰ সকলো ঠাইতে জাৰ আৰু জহ সমান ন হই, প্ৰিথিবিক পাচ খণ্ডকৈ ভাগ কৰা হৈছে, সেই খণ্ডবোৰকে কটিবন্ধ বোলে, মধ্যতে উষ্ণ কটিবন্ধ অৰ্থাত এই ভাগত বৰ গৰমি, তাতে আচিয়াৰ ব্ৰুহ্মা দেস, হিন্দুস্থান, আৰব, আৰু আফ্ৰিকাৰ মাজ ডোখৰ, আৰু আমেৰিকাৰ মধ্য খণ্ড পৰিছে। উষ্ণ কটি বন্ধৰ উত্তৰ দখিনে সম কটিবন্ধ দুই, তাত বৰ জাৰো নাই আৰু বৰ গৰমিও ন হই, তাতে চিন, পাৰ্চি, ইউৰপ খণ্ড, আমেৰিকা আৰু আফ্ৰিকাৰ দখিন ইত্যাদি ঠাই।

সম কটিবন্ধৰ উত্তৰে আৰু দখিনে উত্তৰ আৰু দখিন কেন্দ্ৰলৈকে সিত কটিবন্ধ, এই দুই খণ্ডত থকা ঠাইবোৰত বৰ জাৰ, সদাই হিম নু গুচে, আৰু গোটেই উত্তৰ কেন্দ্ৰৰ ওচৰত থকা দেসত ঘাম কালি চাৰি মাহ মানলৈকে সূৰ্জ মাৰ নে জাই; কিন্তু জাৰ কালি চাৰি মাহ মানলৈকে সূৰ্জ নোলাই; তাত সাগৰৰ পানিবোৰ ৰৰখুনত পৰা সিলৰ নিচিনা সিল হই।

নানা দেসত নানা বিধৰ জন্তু আৰু গচ ইত্যাদি হই, সেইবোৰ লেখা বৰ বাহুল্য আফ্ৰিকা খণ্ডত সিংহ পোৱা জাই, আৰু আচিয়াবো ঠায়ে ঠায়ে আছে। আচিয়াত হাতি, গঁৰ, বাঘ ভালুক, উট, পহু, নানা বিধৰ বান্দৰ, বন মানুহ ইত্যাদি অনেক আচৰিত জন্তু আছে, কিন্তু এই সকল ইউৰপ বা আমেৰিকাত নাই, তাৰ মানুহে এই সকল জন্তুক দেখি বৰ আচৰিত হই। আফ্ৰিকা খণ্ডতো হাতি, উট, আৰু নদিৰ ঘোৰা, নামে এক আচৰিত জন্তু ইত্যাদি আছে। ইউৰপ খণ্ডত বগা ভালুক ইত্যাদি জন্তু; আমেৰিকাতো এই ৰুপে নানা জন্তু আছে। উত্তৰ কেন্দ্ৰৰ কাষে সাগৰত হ্বেল নামে জে এবিধ মাচ আছে তাৰ সমান ডাঙ্গৰ জন্তু প্ৰিথিবিত নাই।

প্ৰিথিবিৰ নানা দেসত নানা বৰনিয়া মানুহ আছে। ইউৰপৰ আচিয়াৰ পচিম খণ্ডৰ আৰু আফ্ৰিকাৰ উত্তৰ খণ্ডৰ মানুহবোৰৰ বৰন অতি

* পৰিধি অৰ্থাত বেষ্টন, প্ৰিথিবি ঘূৰনিয়া তাক ঘূৰাই এডাল জৰিৰে জুখিলে সেই জৰি ২১৮৭৫ ক্ৰোচ দিঘল হব।

† ব্যাস অৰ্থাত প্ৰিথিবিৰ উত্তৰ কেন্দ্ৰৰ পৰা দখিন কেন্দ্ৰলৈ ভিতৰে এডাল জৰি সুমালে সেই জৰি ৭০০০ ক্ৰোচ হব।

বগা, দেখিবলৈকো সুৱনি, আচিয়াত বাস কৰা মানুহবোৰৰ বৰন হালধিয়া সেতা; আৰু দেখিবলৈ গহিত। আফ্রিকা খণ্ডৰ লোক সকল (উত্তৰ খণ্ডত বাজে) অতিসই কলা, প্রাই এঙ্গাৰৰ নিচিনা, সিইতৰ চুলি মেৰ চাগৰ নোমৰ নিচিনা, কুটকুৰা আৰু ওঁঠ বৰ ডাঙ্গৰ। আমেৰিকা খণ্ডত ইউৰপৰ পৰা গৈ জি লোক বাস কৰিচে সিইত বগা, কিন্তু তাৰ আদিৰ লোকবিলাক তাম বৰনিয়া বৰ্না।

সকলো দেশৰ মানুহৰ অৱস্থা একে ন হই, অর্থাত আমি জেনেকৈ থাকোঁ আন দেশৰ মানুহেও তেনেকৈ নে থাকে। এই দেশৰ মানুহে আৰু গাৰো, মিকিৰ ইত্যাদি পর্বতিয়া জাতিএ সমান ন হই, আমি সিইতত্তকৈ সকলো কথাতে ভাল; তেনেকৈ প্রিথিবিত সভ্য আৰু অসভ্য দুই প্রকাৰ মানুহ আচে। জি দেস অসভ্য, তাৰ মানুহবোৰে নানা দৰে পহু, চৰাই, মাচ ইত্যাদি ধৰি তাকে খাই জিৱন ধাৰন কৰে। সিইতে খেতি কৰিব নে জানে, সিইতৰ ঘৰবোৰ পজাৰ নিচিনামাটি, বাঁহ গচৰ চাল ইত্যাদিৰে সাজে, থাকিবলৈ অতি অসুখ। সিইতৰ অনেকে নাঙ্গট হৈ ফুৰে, সুখকৈ থাকিব পৰা ঘৰ সাজিবলৈ আৰু লবলৈ কাপৰ বৰবো বুধি নে জানে, আৰু বান্ধিবলৈকো ভালকৈ ভূ নে পাই। সিইতৰ পঢ়িবৰ পুথি নাই আৰু সেই নিমিত্তে অগিয়ান আৰু দুষ্ট। প্রিথিবিৰ ডালেমান ঠাইতে এই অসভ্য মানুহবিলাক থাকে। উত্তৰ আমেৰিকাৰ পচিম খণ্ড, দখিন আমেৰিকাৰ দখিন খণ্ড, আচিয়া আৰু আফ্রিকাৰ অনেক উপদিপ, অষ্ট্রেলিয়া আৰু পলিনিচিয়া, আফ্রিকাৰ মধ্য দখিন আৰু পচিম খণ্ড, আৰু আচিয়াৰ ঠায়ে ঠায়ে এই অসভ্য জাতি মানুহ বাস কৰে। এইবোৰ অসভ্য জাতিকে মিগয়া কৰি থকা অসভ্য জাতি বোলে; কিন্তু আৰু এবিধ আচে সিইতক ভ্রামক জাতি বোলে, অর্থাত সিইতৰ ঘৰচিয়া একো জাক পহু আচে; সেইবোৰক লৈ এঠাইৰ পৰা আন ঠাইলৈ ফুৰি থাকে, কোনো ঠাইত থিতি হৈ নে থাকে। সিইতৰ ঘৰবোৰ কাপৰৰ বা চালৰ, আৰু তাক লবাই নিব পাৰি, সিইতে বান্ধিবলৈ আৰু কাপৰ বৰলৈকো জানে। আচিয়া খণ্ডৰ অনেক দেশৰ মানুহেই এনে অসভ্য অৱস্থাত আচে।

আৱৰ দেশৰ কেওঁবোৰ তাতাৰ দেস আৰু তিৰ্বত দেশৰ মানুহে এনেকৈ থাকে, আৰু আফ্রিকাতো আচে; জিবোৰ মানুহ নগৰত থাকে ভাল, ঘৰ সাজিব পাৰে আৰু পিন্ধিবলৈ চিকন কাপৰ বৰ জানে, বান্ধিবলৈ ভূ পাই আৰু পুথি লিখে আৰু পঢ়ে, সিইতকে সভ্য লোক বোলে। সভ্য দেসত মানুহে জাহাজত কৰি এক দেশৰ বস্তু আন দেশলৈ নিএ, ইয়াকে বানিজ্য বোলে আৰু সভ্য লোকবোৰ বৰ সুখি। গোটেই ইউৰপ, আমেৰিকাৰ ডালেখিনি ঠাই, আৰু আচিয়াৰ দখিন, আফ্রিকাৰ উত্তৰৰ মানুহবোৰ সভ্য। কিন্তু সকলো দেশৰে সভ্যতা সমান ন হই। চিন আৰু জাপান দেশৰ মানুহে ঘৰ সাজিব জানে আৰু সিল্প বিদ্যাত বৰ পার্গত; কিন্তু সিইত ইংৰাজ, ফাৰিঙ্গিবিলাকৰ দৰে বিদ্যা আৰু বুধিত ন হই, আৰু জানিবা জে আদ খিনি সভ্য দেসো আচে। আমাৰ অসম দেস ইংৰাজৰ দেসতকৈ সভ্যতাত ডালেমানে কম্মি, কিয়নো অসম দেশৰ লোকে মানুহ আকাসলৈ উঠা আৰু ভাপেৰে জাহাজ চলোৱা কথা কৰিব নে লাগে, কেতিয়াবা সমাজিকতো দেখিচিল নে? অ. ন. ম.

---

## য়োচেফৰ বিবৰন।

History of Joseph.

য়োচেফ য়াকোবৰ সৰু জনি তিৰি ৰাহেলৰ প্রথম পুত্র, তেঁও জেতিয়া সতেৰ বচৰ বয়সিয়া হৈচিল, তেতিয়া আপোন ভায়েকইতৰ লগত মেৰৰ জাক ৰাখিচিল, আৰু ভায়েকইতে জি জি কুকৰম কৰে সেই সকলো কথাৰ বাত্রা বাপেকৰ আগত কৈ দিএহি। য়োচেফ ইস্রাএলৰ বুৰা কালত হোৱা লৰা দেখি আনবোৰ লৰাতকৈ বাপেকে য়োচেফক বৰকৈ চেনেহ কৰে। আৰু তেঁওলৈ নানা বৰনেৰে এখন কাপৰ বোৱাই দিলে। কিন্তু বাপেকে আটাই লৰাতকৈ তেঁওক সৰহ চেনেহ কৰে দেখি, তাৰ ভায়েকবোৰে ঘিন কৰি তেঁওলৈ মৰমেৰে কথা ন কলে।

আৰু য়োচেফে সমাজিক দেখি ভায়েকইতত

কলত সিইঁতে ভেঁওলৈ আৰু সৰহ খিন কৰিলে। কিয়নো ভেঁও কলে মই এটা সমাজিক দেখিলোঁ, তাক নিবেদন কৰোঁ সুনা। আমি আটায়ে খেতিত মুঠি বান্ধিচিলোঁ, তাতে মোৰ মুঠি উঠি থিয় হল, তোমোলাকৰ মুঠিবোৰে চাৰিও ফালে উঠি মোৰ মুঠিক প্ৰনাম কৰিলে। তেতিয়া তাৰ ভায়েকবোৰে তাত কলে, তই আমাৰ ওপৰত ৰজা আৰু অধিকাৰ হবি নে? পাচে সিইঁতে সেই সমাজিকৰ আৰু কথাৰ কাৰনে ভেঁওলৈ আৰু খিন কৰিলে।

পাচে ভেঁও আৰু এটা সমাজিক দেখি ভায়েকইঁতক কলে বোলে, মই আৰু এটা সমাজিক দেখিলোঁ, বেলি, জোন, আৰু এঘাৰেটা তৰাই মোক প্ৰনাম কৰিলে। ভেঁও ইয়াকে বাপেক আৰু ভায়েকইঁতক কলত, বাপেকে ভেঁওক ভাবি দি কলে, তই কেনে সমাজিক দেখিলি। ময়ে আৰু তোৰ মাৰে আৰু ভায়েৰইঁতে মাটিত পৰি তোক প্ৰনাম কৰিম নে? তাতে ভায়েকইঁতে তালৈ খিয়াল কৰিব ধৰিলে। কিন্তু বাপেকে সেই কথা মনত ৰাখিলে।

আৰু ভেঁওৰ ভায়েকইঁতে বাপেকৰ মেৰ জাক চৰাবলৈ চিখেমলৈ গলত, ইস্ৰাএলে য়োচেফক কলে, তোৰ ভায়েৰইঁতে জানো চিখেমত মেৰ জাক চৰোআ নাই? এই কাৰন আঁহ, মই তোক সিইঁতৰ তলৈ পঠিয়াও, তাতে ভেঁও কলে, মই ইয়াতে আচোঁ। পাচে ভেঁও তাত কলে, তই গৈ তোৰ ভায়েৰবোৰে আৰু মেৰ জাকে ভালে আচে কি নাই, তাকে চাই আহি মোত বাত্ৰা কবিহি। এই দৰে হিব্ৰোনৰ গহ্বৰৰ পৰা পঁচাত চিখেমলৈ গল।

তেতিয়া এটা মানুহে ভেঁওক পথাৰে দি আবৰ দেখি সুধিলে, তুমি কি বিচাবিচা? ভেঁও কলে আপোনাৰ ভাইবিলাকক বিচাবিচোঁ, সিইঁতে কত মেৰ জাক চৰাইচে অনুগ্ৰহ কৰি তাক মোত কোআ। পাচে সেই মানুহে কলে সিইঁত এই ঠাইৰ পৰা গল, কিয়নো আমি দোথনলৈ জাম, সিইঁতে এনেকৈ কোআ সুনিচিলোঁ। তাতে য়োচেফে ভায়েকইঁততকৈ পাচে গৈ দোথনত সিইঁতক দেখা পালে।

সিইঁতৰ ওচৰলৈ ভেঁও আঁওতে সিইঁতে মিলগৰে পৰা ভেঁওক দেখি বধ কৰিবলৈ আলচ কৰি ইটে সিটত কলে, দেখা, সেইয়া সমাজিক দেখাটো আহিচে। আঁহা, আমি তাক বধ কৰি এটা গাঁতত পেলাই দিঁও; পাচে তাক কিহবাই খালে বুলি কমইঁক। তেতিয়া তাৰ সমাজিকবোৰ কি হই তাক চাঁও। তাতে ৰুবেনে এই কথা সুনি সিইঁতৰ হাতৰ পৰা ভেঁওক ৰাখি কলে, আমি ইয়াক বধ ন কৰোঁইক। আৰু সিইঁতৰ হাতৰ পৰা ভেঁওক ৰাখি বাপেকৰ ওচৰলৈ পঠাবৰ মনেৰে ৰুবেনে সিইঁতক কলে, তেজ বুলিয়াই ইয়াক হাবিৰ গাঁতত পেলাই দে, কিন্তু ইয়ালৈ হাত নে দাঙ্গিবিইঁক। পাচে য়োচেফ ভায়েকইঁতৰ ওচৰ পালত সিইঁতে ভেঁওৰ গাত থকা নানা বৰনিয়া কাপৰ কাঢ়ি লৈ ভেঁওক এটা গাঁতত পেলাই দিলে। কিন্তু সেই গাঁত সুদা, পানি নাইকিচিল। পাচে সিইঁতে খাবলৈ বহি চাই দেখিলে গিলিয়দৰ পৰা এজাক ইস্মাএলৰ মানুহে সজ ঘ্ৰানেৰে বস্তু আৰু গুগুল আৰু গন্ধৰস লৈ উঁটে লৈতে মিচৰ দেসলৈ আহিচে। তেতিয়া য়িহুদাই ভায়েকইঁতক কলে, ভাইক মাৰি তেজ লুকুআত আমাৰ কি লাভ। আহঁইক, আমি খিয়াল আৰু তাৰ ওপৰত হাত ন দজাকৈ এই ইস্মাএলবিলাকৰ হাতত বেচোঁ, কিয়নো সি আমাৰ ভাই আৰু আমাৰ মঙহ। তাকে তাৰ ভায়েকইঁতেও ভাল বুলিলে। পাচে সেই মিদিয়ানত থকা সুদৈবোৰ ওচৰ পালতহি সিইঁতে য়োচেফক গাঁতৰ পৰা টানি তুলি নি, ইস্মাএলবোৰৰ হাতত একুৰি টকা ৰুপ লৈ য়োচেফক বেচিলে। তেতিয়া সিইঁতে য়োচেফক মিচৰ দেসলৈ লৈ গল।

পাচে ৰুবেনে উলটি গাঁতৰ ওচৰলৈ গৈ য়োচেফক গাঁতত নে দেখি সি আপোনাৰ কাপৰ ফালি, ভায়েকইঁতৰ ওচৰলৈ ঘুৰি আহি কলে বোলে, লৰা নাই কিয়া, মই এতিয়া কলৈ জাম? পাচে সিইঁতে য়োচেফৰ কাপৰত এটা চাগলি পোআলি মাৰি তাৰ তেজ লানি সিইঁতে আপোনাৰ বাপেকৰ ওচৰলৈ সেই নানা বৰনিয়া কাপৰ পঠাই দি কলে বোলে, আমি ইয়াকেহে

পাৰোঁ, এয়ে তোমাৰ পোঁআৰ কাপৰ হয় নে ন হয়? তাতে তেঁও কাপৰ চিনি পাই কলে, এই য়া মোৰ পোৰ গাৰ কাপৰ হয়, কিবা হিংসক জন্তুএ তাক খালে, বৰূপে য়োচেক তোখৰ তোখৰ হল। তেতিয়া য়াকোবে আপোনাৰ কাপৰ ফালি কঁকালত চট পিন্ধি পুত্ৰেকৰ কাৰনে ভালে দিনলৈকে সোক কৰিলে। পাচে তেঁওৰ পুত্ৰেক জিএক আটাইবোৰে উঠি, তেঁওক সান্তনা কৰিবলৈ ধৰাত তেঁও তাক নুসুনি কলে বোলে, মই সোকতে পোৰ ওচৰলৈ পৰলোকলৈ জাম। এই দৰে তেঁওৰ বাপেকে তেঁওৰ কাৰনে কান্দিলে। পাচে সেই মিদিয়নিবোৰে য়োচেফক মিচৰৰ পোটিফৰ নামেৰে ফাৰৌৰ ৰখিয়া সেনাৰ অধিকাৰত তেঁওক বেচিলেনি।

য়োচেফক মিচৰ দেসলৈ আনিলত ফাৰৌ ৰজাৰ মিচৰিয়া পোটিফৰ নামেৰে ৰখিয়া সেনাপতিএ আগৈ অন্য ইস্মাএলইতৰ পৰা য়োচেফক কিনি ললে। কিন্তু পৰম ইশ্বৰ সহাই হোআৰ কাৰনে য়োচেফে অনুগ্ৰহ পাই মিচৰিয়া অধিকাৰৰ ঘৰতে থাকিল। আৰু পৰম ইশ্বৰ সহাই হোআতে তেঁও কৰা সকলো কৰম সিধি হয়, ইয়াকে সেই গৰাকিএ আপুনি দেখিলে। সেই কাৰন য়োচেফে অনুগ্ৰহ পাই তেঁওৰ আলপচাৰ ধৰিলে। আৰু তেঁও আপোনাৰ ঘৰৰ অধিকাৰ পাতি সকলো সম্পতি তেঁওৰ হাতত সোধাই দিলে। এই ৰূপে তেঁও য়োচেফক আপোনাৰ ঘৰৰ আৰু সকলো সম্পতিৰ অধিকাৰ পাতিলে। আৰু য়োচেফৰ কাৰনে তেতিয়াৰে পৰা সেই মিচৰিয়া জনৰ ঘৰলৈ পৰম ইশ্বৰৰ অনুগ্ৰহ হোআত ঘৰ আৰু খেতি সকলো বস্তুলৈ ইশ্বৰৰ আসিৰ্বাদ হল। এই কাৰন তেঁও য়োচেফৰ হাতত আপোনাৰ আটাইকে দি, খোআ বোআত বাহিৰে আৰু তেঁও একো কামৰ বিচাৰ ন ললে।

য়োচেফ বৰ সুঅনি, দেখিবলৈকো অতি সুন্দৰ আছিল; সেই কাৰন অধিকাৰৰ তিৰোতাই য়োচেফক দেখি কলে, তুমি মোৰে সৈতে সোআহি। তাতে তেঁও গাত ন লৈ অধিকাৰৰ তিৰোতাত কলে বোলে, চোআ, এই ঘৰত মই জিহকে কৰোঁ অধিকাৰে তাৰ একো বিচাৰ ন কৰে; তেঁও মোৰ হাতত সকলোকে সোধাই দিছে, এই ঘৰত মোৰ সমান ডাঙ্গৰ কেও নাই। কিন্তু তুমি তেঁওৰ তিৰোতা, তোমাৰ বাহিৰে মোলৈ আৰু একো বাধা নাই; এই কাৰন মই কেনেকৈ এনে দুষ্ট কৰম কৰি ইশ্বৰৰ বিৰোধে পাপ কৰিব পাৰোঁ! তেও সেই তিৰোতাই য়োচেফক আপোনাৰে সৈতে সুবলৈ নাইবা আপোনাৰ ওচৰত থাকিবলৈ নিতৌ কই, কিন্তু য়োচেফে তাক গাত ন লই। পাচে এদিন কিবা কামেৰে য়োচেফ ঘৰৰ ভিতৰলৈ জোআত তাত আন কোনো বন্দি ন থকাত সেই তিৰোতাই মোৰে সৈতে সোআ বুলি য়োচেফৰ কাপৰত ধৰি টনাত য়োচেফে তাঁইৰ হাততে আপোনাৰ কাপৰ এৰি বাহিৰলৈ পলাই গল। ইয়াকে দেখি সেই তিৰোতাই ঘৰৰ মানুহবোৰক মাতি কলে বোলে, দেখা তেঁও মোৰে সৈতে হাঁহিৰ মাতিবলৈ এই ইব্ৰুটক আনিছে নে? সি মোৰে সৈতে সুবলৈ মোৰ ওচৰলৈ আহিছিল; তাতে মই ৰবকৈ এঁটাহ পাৰিলত মোৰ এঁটাহ সুনি মোৰ গুৰিতে কাপৰ এৰি বাহিৰলৈ পলাই গল। পাচে তাই তেঁওৰ প্ৰভু ভিতৰলৈ আহিবলৈ বাট চাই সেই কাপৰ আপোনাৰ ওচৰতে থলে। আৰু তাই তেঁওত সেই কথাৰ দৰেই কলে, তুমি জে ইব্ৰু বন্দিক আমাৰ ওচৰলৈ আনিচা সি মোৰে সৈতে হাঁহিবলৈ ওচৰলৈ আহিছিল; কিন্তু মই এঁটাহ পাৰি মাতিলত সি এই কাপৰ এৰি লৰ মাৰিলে; তোমাৰ বন্দিএ মোক এই ৰূপ কৰিচে। পাচে তেঁওৰ অধিকাৰে আপোনাৰ তিৰোতাৰ মুখে এই কথা সুনি বৰ খঙ্গ উঠি য়োচেফৰ অধিকাৰে তেঁওক ধৰি নি ৰজাৰ বন্দিয়াৰবোৰ থকা বন্দিসালত থলে। তাতে য়োচেফ সেই বন্দিসালতে থাকিল। কিন্তু য়োচেফলৈ পৰম ইশ্বৰৰ সহাই আৰু ক্ৰিপা হোআত বন্দিসাল ৰখিয়াই তেঁওক মৰম কৰিলে। আৰু সেই বন্দিসালত থকা আটাই বন্দিয়াৰবোৰক য়োচেফৰ হাতত সোধাই দিলে। আৰু সিইঁতে জি জি কৰিলে সেই আটাইকে য়োচেফৰ আগ্যাৰ দৰেবেহে কৰিলে। য়োচেফৰ হাতত জি জি সোধাই দিছিলে তাৰ

বন্দিসাল বখিয়াই একো বিচার ন কবিলে, কিয়নো তেঁও কি কি কবিলে পরম ইশ্বরে তেঁওর সহাই হৈ সেই সকলো সিদ্ধি কবিলে। ন.স.

## সাধু কথা।

Riddles.

দেখিতে পুরুস এক, মুখ দুই কাই,
এক মুখে উগারই, আরু মুখে খাই;
মারিলে জিবন পাই, হুতাস পবনে;
বুজ বুজ, পণ্ডিত সভা মধ্যে বৈসে।

ইহা পরন মুখি, দেখিতে সুন্দর কন্যাপর,
চান্দ মুখ, সর্পর উদর, দুই ভরি কাষ্ঠ তার,
সিরে দুই তন্তু বুজিও পণ্ডিত তাই, ই কোন জন্তু?



জলর মধ্যে থাকে সিতো নো চোএ নির,
বুকে চকু তার, ত্রিকোন সরির,
জাত্রা কালে সরিলে জাত্রা হই ভঙ্গ,
মাধরে বোলন্ত সখি কথা রব রঙ্গ।
অর্থাত ব।

রজনিতে জন্ম তার, প্রভাতে মরন,
জার ঘরে জন্ম তার আরসো ক্রন্দন;
জন্ম দিয়া পিতা মাতা চাবিয়া পলাই,
সুনা সুনা মহাসই বাজো সভাই;
কহে কবি কন্তুন হিরেসির চন্দ,
আচোক মুর্খে কর পণ্ডিতর লাগে ধন্দ।
অর্থাত সিদ্ধি।

সিসু কালে বক্ত বর্ন থাকে সিনা চাবি,
জুবা কালে ক্রিস্ন বর্ন মাথে জটা থাবি;
বৃদ্ধি সিতো সেররাজা সহস্র লোচন,
বৃদ্ধ কালে হই সিতো হরিদ্রা বরন।
অর্থাত কেতেই কঁঠাল।

পানি পানি ফুরে, সিতো নুহিকন্ত মাচ,
বিধা নাম ধরে, সিতো নুহিকন্ত গাচ।
চৌপান সরির তার জর্জরিত কাই,
তথান করিবে বৃন্দাবনে জাই;
কহে কবি কন্তুন হিরেসির চন্দ,
অভেক খাই মানে সেগুরত হই বন্ধ।
অর্থাত মাচ মরা চেপা।

হাত নাই ভরি নাই, উদর ভরি খাই,
মানুহর মুণ্ড লৈয়া সুয়া থাকই;
কহে কবি কন্তুন হিসির চন্দ,
বিশ্বতাই কবিলে তার খায়া মুখ বন্ধ।
অর্থাত গাঁরু।

জলর মধ্যে থাকে, সিতো নুহিকন্ত মাচ,
পেট ভরি খাই, খালেও মরে,
মরিলেও বাজনা বাজে।
অর্থাত ঘরি, তাঁর পর।

ব্রাহ্মনর পুত্র মুই, গলে আচে সুত,
মারিতে করই রাও আতি অদভুত,
কহে কবি কন্তুন হিরেসির চন্দ,
আচোক মুর্খে কর পণ্ডিতর লাগে ধন্দ।
অর্থাত ঢোল।

শ্রী সু. স.



## আমেৰিকাৰ পৰা পোৱা পত্ৰ ।

Letter from James Tripp.

আমেৰিকা দেশলৈ জোৱা লৰাইতে আৰুও লিখিচে, বোলে, হে আমাৰ অসম দেশত থকা প্ৰিয়বিলাক, ইশ্বৰৰ অনুগ্ৰহতে আমি জেতিয় বস্তন নগৰ পালোঁহি, তেতিয়া এই নগৰৰ নৈবোৰত কমি নাইকিয়া জাহাজ দেখিলোঁ, ভাপৰ জাহাজ, পাল তৰা জাহাজ, জোৱা গৈচে, অহা আহিচে লেখিব নোৱাৰি ইমান সৰহ, আৰু আমাৰ দেশৰ নিচিনা সৰু নাও ইয়াত দেখিবলৈ নাই । আমেৰিকাৰ মাটিত আমি জেতিয়া প্ৰথমতে ভৰি দিলোঁ, তেতিয়া এনে ভাবিচিলোঁ আমাৰ কোনো পুৰুসে নৌ গচকোঁতে আমি গচকিবলৈ পালোঁ, কিন্তু কি কৰিব পাৰোঁ, তাক কব নোৱাৰোঁ । আৰু ৰাতি আহি এক আলহি থকা ঘৰত থাকিলোঁ, ৰাতি পুৱা দেওবাৰ হোৱাত এই নগৰৰ ডক্তৰ ষ্টকৰ সাহাবৰ বৰ গিৰ্জালৈ গলোঁ, তাতে দুই হেজাৰতকৈ অধিক মানুহ গোট খাইচিল, আৰু জেতিয়া বৰ অৰ্গন, অৰ্থাত বাজনা বাজিব ধৰিলে, তেতিয়া আমি সুনি আৰু দেখি স্বৰগতে আচোঁ নে পতালতে আচোঁ, তাক কব নোৱাৰিলোঁ, অৰ্থাত ইমান বাজন পালোঁ । তেতিয়াই ইশ্বৰক স্তুতি কৰি গিত গাব ধৰিলে । হে ককাই, আমি আগেয়ে এনেকুৱা সপোনতো দেখা নাই; পাচে আবেলি বেলা সেই গিৰ্জাত এটা মানুহক প্ৰভু য়িচু খ্ৰিষ্টৰ নামে পানিত বুৰ দিয়াই সিস্য কৰিলে । গিৰ্জা ভাঙ্গিলত মানুহবিলাকে আমাক আদৰ মৰম কৰিব ধৰিলে ।

তোমোলাকলৈ চিঠি লিখিবলৈ আহৰি নে পালোঁ, কিয়নো আঠ সপ্তাহ মান ফুৰি আচোঁ, আৰু জি জি নগৰত ফুৰিচোঁ বা ফুৰিম সেই সকলো ঠাইৰ নাম তলত লিখোঁ ।



Almanac for December, 1849.

## ডিচেম্বৰ, অৰ্থাত পুহ, ১৮৪৯ ।

| বাৰ | ডিচেম্বৰ | আহোন | সুৰ্য্যোদয় | সুৰ্য্য মধ্যান | সুৰ্য্যাস্ত | তিথি | নক্ষত্ৰ | চন্দ্ৰ মধ্যান |
|---|---|---|---|---|---|---|---|---|
| স | ১ | ১৭ | ৬।৩৬ | ১১।৫০ | ৫।৩ | ১৬ | ৫ | ১।৩০ |
| দেও | ২ | ১৮ | ৬।৩৬ | ১১।৫০ | ৫।৩ | ১৮ | ৬ | ১।৩১ |
| সো | ৩ | ১৯ | ৬।৩৭ | ১১।৫০ | ৫।৩ | ১৯ | ৭ | ২।৩৩ |
| ম | ৪ | ২০ | ৬।৩৮ | ১১।৫১ | ৫।৩ | ২০ | ৮ | ৩।৩২ |
| ব | ৫ | ২১ | ৬।৩৯ | ১১।৫১ | ৫।৩ | ২১ | ৯ | ৪।৩০ |
| বি | ৬ | ২২ | ৬।৩৯ | ১১।৫২ | ৫।৩ | ২২ | ১০ | ৫।২২ |
| সু | ৭ | ২৩ | ৬।৪০ | ১১।৫২ | ৫।৪ | ২৩ | ১১ | ৬।১৩ |
| স | ৮ | ২৪ | ৬।৪১ | ১১।৫২ | ৫।৪ | ২৪ | ১২ | ৭।০ |
| দেও | ৯ | ২৫ | ৬।৪২ | ১১।৫৩ | ৫।৪ | ২৫ | ১৩ | ৭।৪৭ |
| সো | ১০ | ২৬ | ৬।৪২ | ১১।৫৩ | ৫।৪ | ২৬ | ১৪ | ৮।০২ |
| ম | ১১ | ২৭ | ৬।৪৩ | ১১।৫৪ | ৫।৫ | ২৭ | ১৫ | ৯।১৭ |
| ব | ১২ | ২৮ | ৬।৪৩ | ১১।৫৪ | ৫।৫ | ২৮ | ১৬ | ১০।৩ |
| বি | ১৩ | ২৯ | ৬।৪৩ | ১১।৫৫ | ৫।৫ | ২৯ | ১৭ | ১০।৪৯ |
| সু | ১৪ | ৩০ | ৬।৪৪ | ১১।৫৫ | ৫।৫ | ৩০ | ১৮ | ১১।৩৬ |
| স | ১৫ | পুহ | ৬।৪৫ | ১১।৫৬ | ৫।৫ | ১ | ১৯ | ১২।২৩ |
| দেও | ১৬ | ২ | ৬।৪৬ | ১১।৫৬ | ৫।৬ | ২ | ২০ | ১৩।১১ |
| সো | ১৭ | ৩ | ৬।৪৬ | ১১।৫৭ | ৫।৬ | ৩ | ২১ | ১৩।৪৮ |
| ম | ১৮ | ৪ | ৬।৪৭ | ১১।৫৭ | ৫।৭ | ৪ | ২২ | ১৪।৪২ |
| ব | ১৯ | ৫ | ৬।৪৮ | ১২।৫৮ | ৫।৭ | ৫ | ২৩ | ১৫।৩২ |
| বি | ২০ | ৬ | ৬।৪৯ | ১১।৫৮ | ৫।৮ | ৬ | ২৩ | ১৬।১৭ |
| সু | ২১ | ৭ | ৬।৪৯ | ১১।৫৯ | ৫।৮ | ৬ | ২৪ | ১৭।২ |
| স | ২২ | ৮ | ৬।৫০ | ১১।৫৯ | ৫।৯ | ৭ | ২৫ | ১৭।৪৮ |
| দেও | ২৩ | ৯ | ৬।৫০ | ১২।০ | ৫।৯ | ৮ | ২৬ | ১৮।৩২ |
| সো | ২৪ | ১০ | ৬।৫১ | ১২।০ | ৫।৯ | ৯ | ২ | ১৯।১৩ |
| ম | ২৫ | ১১ | ৬।৫১ | ১২।১ | ৫।১০ | ১১ | ৭ | ২০।৭ |
| ব | ২৬ | ১২ | ৬।৫২ | ১২।১ | ৫।১০ | ১২ | ২ | ২১।৬ |
| বি | ২৭ | ১৩ | ৬।৫২ | ১২।২ | ৫।১১ | ১৩ | ৩ | ২২।৯ |
| সু | ২৮ | ১৪ | ৬।৫২ | ১২।২ | ৫।১১ | ১৪ | ৫ | ২৩।১২ |
| স | ২৯ | ১৫ | ৬।৫২ | ১২।৩ | ৫।১২ | ১৫ | ৬ | পুন্না |
| দেও | ৩০ | ১৬ | ৬।৫৩ | ১২।৩ | ৫।১২ | ১৬ | ৭ | ০।১৫ |
| সো | ৩১ | ১৭ | ৬।৫৩ | ১২।৪ | ৫।১২ | ১৭ | ৮ | ১।১৫ |

আমাবাস্যা ১৪ দিনৰ ৯। ৫৮ ভাটি ।

পুৰ্নিমা ২৯ দিনৰ ৮। ১৮ ভাটি ।

এই অৰুনোদই পত্ৰ যোৎ সিব্‌সাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈছে । আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা ।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

চতুৰ্থ চোৱা। মোং শিৱসাগৰ, ডিচেম্বৰ ১৮৪৯ খ্রিং অং সংক। নম্বৰ ১২।

VOL. IV. SIBSAGOR, ASAM, DECEMBER, 1849. No. 12.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

দৰ্জ্জিলিঙ্গত থকা ডক্তৰ কেমেল আৰু এজন চাহাবে সৈতে চিপাহি নো লোআকৈ চিকিম দেসলৈ জোআত চিকিম ৰজাই দুজনক ধৰি কইদত থলে, আৰু অনেক দুখ অমৰ্জ্জতা দিচে, এই বাত্ৰা আহিল।

খেহ্ দেসৰ ৩৫ খান ডকাইত জাহাজ একে ঠাইত গোট খালত ফিউবি নামে ইংৰাজি তাপ জাহাজে সৈতে প্ৰথম অক্তোবৰত সিইঁতে সৈতে যুধ কৰি ৩৩ খন জাহাজ নষ্ট কৰিলে; আৰু ১৮০০ মান ডকাইতৰ মাজত ৪০০ মাৰিলে, সিইঁতৰ ৩০০ মান বৰ টোপ কাঢ়ি নিলে; ইংৰাজিৰ প্ৰায়ে কেও ন মৰিল।

চৰ্কাচি দেসৰ আচুলগা কোঁঠ ৰুচিয়াই যুধ কৰি ললে, আৰু অনেক চৰ্কাচি সেনাক মাৰিলে।

ফ্ৰাঞ্চ দেসৰ কাৱি নগৰৰ কোঁঠ ৰখা এজন সেনাৰ কাপ্তানে এখান তিনি খপিয়া ঘৰৰ ওপৰ খাপৰ পৰা খিলিকি দুআৰে দি তললৈ পৰি গাধত উঠি জোআ এজন মানুহৰ ওপৰত পৰি তাক মাৰিলে; তাতে গাধই ভই পাই বেগেৰে লৰি বাটত থকা এটা লৰাক গচকি মাৰিলে; কাপ্তানে কিছু বেলি জিয়াই থাকি সেই দিনাই মৰিল।

১৩ অক্তোবৰত লণ্ডন নগৰৰ ওচৰত এটা তাপ যথ বৰ বেগেৰে জাঁওতে তাৰ গৰাকিএ ৰখাব নোআৰাত পেনিংতন নামে এজন চাহাবৰ চিলেৰে লগা ঘৰ ভাঙ্গি সোমাই ঘৰৰ সকলো বস্তু নষ্ট কৰিলে, আৰু চাহাবৰ ১০ বচৰিয়া জিএকটি মাৰিলে ৮ বচৰিয়া লৰাটিক, জুইৰ ভিতৰলৈ হেঁচি দিলে, গা পোৰাত প্ৰাই মৰিব লগা হৈছিল।

লণ্ডন নগৰৰ মিলৰ নামে এটা মিস্ত্ৰিএ কাঠ এডোখৰ কালোঁতে ভিতৰত এটা সৰু চৰাইৰ হাৰ আৰু তাৰ বাহ্ পালে। টান কাঠৰ ভিতৰত কেনেকৈ সোমাল, ইয়াত বিস্মই মানিলে, আন্দাজে গচ সৰু থকাত চৰায়ে কোনো বিন্ধাত সোমাই বাহ্ লৈ মৰিল, পাচে কাঠ বাঢ়ি বিন্ধা পুৰ হৈ গল।

অক্তোবৰৰ ৯ তাৰিখত তেমচ নদিত কিবা কলা বস্তু দেখি লুটিখোআ জাহাজৰ তল ডোখৰ বুলি জানিলে; কিন্তু অলপৰ পাচে বৰ মাচ উঠি জোআ বুজিলে; ক্ৰমে ভৰাজ পানি পাই সি বামত লাগি ৰল; তাতে মানুহে অনেক লেজু গচ তাৰ গাত মেৰাই বান্ধিলে, পাচে জোআৰ উঠিলত সি ৰবৰৈক ৰল দি চাটি মৰাতো তাক বামলৈ টানি আনিলে। তাৰ জোখ দিঘলে ৩৮ হাত, মেৰ ২০ হাত।

লণ্ডন নগৰত বস্তু ৰখা এটা বৰ গোলাৰ ভিতৰত ফটিকাৰ কেতবিলাক পুৰনি পিপা মুদা হৈ থকাত ২৬ চেপ্তেম্বৰত তাৰ মাজৰ এটা পিপা খুলিলত তাৰ ভিতৰে এক মৰা মানুহৰ হাৰ ভেনেই পালে; তাতে বুজিচে, জি মানুহে সেই ফটিকা বেচিলে, সি ফটিকাৰে সৈতে মৰা স ভৰাই দিলে, আৰু মঙ্গহ ক্ৰমে খই গৈ ফটিকাত লিন হৈ গল; পাচে জি লোকে তাক কিনি খাই সিইঁতে সেই মৰা সকো খালে, হাৰ মাথোন পিপাৰ ভিতৰতে থাকিল।

লণ্ডন নগৰৰ এটা বজ ঘৰত চিৰিও নামেৰে এজন ফ্ৰাঞ্চিএ সোমাই থকাত কোনো চোৰে

১২,০০০ ৰুপৰ হুণ্ডি তাৰ চোলাৰ পৰা লুকাই নিলে; তাতে মনত বৰ বিয়াকুল হৈ পাচ দিন আপোনাক পিস্তলেৰে গুলিয়াই আপোন ঘাতি হল।

জন দুলান নামেৰে এটা মানুহে লণ্ডন নগৰৰ বৰ গোলাত চাহ কেতখনি চুৰ কৰি ধৰা পৰিল। তাতে পিয়দাই কইদলৈ নিওতে আপোন ঘাতি হম বুলি কিবিচ উলিয়াই আপোনাৰ গাত খোঁচ মৰাত বহু তেজ ওলোআ দেখি মানুহবিলাকে লৰ মাৰি বেজ আনিলে; পাচে তাৰ গা চাই পনিয়ালৰ বলেৰে ভৰা ভুঁকৰ মোট দুটামান পালে, তেজ ওলোআৰ দৰে তাৰ ৰসহে বৈচে। মানুহৰ গোলমাল হৈ থকাত পলাব পাৰিম বুলি সি এই ৰূপে চল কৰিলে, কিন্তু পলাব নোআৰিলে।

লিবৰপুল নগৰত হেনৰি ক্লেই নামেৰে এটা জাহাজ নুয়ৰ্কলৈ জাবৰ নিমিত্তে তৈয়াৰ হলত ৫ চেপ্তেম্বৰৰ ৰাতি পুআ জুই লাগি গোটেই খন পুৰিলে

এপ্রিল মাহত এখান লক্ষ জাহাজ ৬০ জাত্রি লোক আৰু ডালেমান মেৰ চাগ লৈ আয়ৰলণ্ডৰ পৰা ইংলণ্ডলৈ পাৰ হৈ জাবলৈ গল; কিন্তু ধুমুহা বতাহ লাগি সুঁতিৰ পৰা সাগৰৰ মাজলৈ উৰুআই নিলে। কোন দিলে গৈচে, কোন ঠাই পাই পামগৈ, ইয়াক নে জানি ডালে দিন চলদ পলদ কৰি নিয়া হৈছিল। পাচে এক জাহাজ পাই সোধাত কাপ্তানে কলে, সাগৰৰ পাৰ হলা, আৰু দু দিন গলে নুয়ৰ্ক নগৰ পাবাগৈ; ইয়াকে সুনি গৈ সেই নগৰ পাই বথা পৰিল, কিন্তু মেৰ আটাইবিলাক চুকাল। সিইতে সেই দেসত ভাল পাই থাকিম বুলি, পৰিয়াল আৰু মিত্তৰবিলাকলৈ বাত্রা পঠাই তালৈ জাবলৈ মাত্তিচে।

লাব্রাদৰ দেসত এটা বগা ভালুকে পানিত সাঁতুৰি জাবৰ দেখি মানুহে তাক গুলিয়াই মাৰি তাৰ মোট বাধি ভিক্তৰে ঘাঁহ ভৰাই জিয়া জেন কৰিলত হালিফাক নগৰলৈ পঠাই দিলে। সেই ভালুক হিমৰ নিচিনা বগা, আৰু দহ হাত দিঘল।

আমেৰিকা দেসত থকা এটা বন্দিএ মুকলি হবলৈ ইচা কৰি বন্দি ৰাখিৰ নোআৰা উত্তৰ দেসলৈ পলাই জাবৰ নিমিত্তে তাত থকা এটা মানুহৰ লগত কথা দি আলচ পাত্তিলে। পাচে এটা মিস্ত্রি পাই বৰ চন্দুক সাজি তাৰ ওপৰত মিত্তিৰৰ নাম লিখি তাক পঠাই দিবলৈ মিস্ত্রিক ৪ কুৰি ৰুপ ভেঁটি দিলে। তেতিয়া চন্দুকত তাক সুমাই মিস্ত্রিএ ডাপ জাহাজত পঠালে, কিন্তু কোনোবাই চন্দুক লুটিওআত সি বৰ দুখ পাই মৰিম বুলি জানিলে; তথাপি এটাহ পাৰিবলৈ তই কৰি মনে মনে থাকিল। ঘণ্টা চাৰেকৰ পাচে আকও লুটিওআত ভাল হল; এই ক্রমে এদিন এৰাত্তিৰ মুৰত সেই মিত্তিৰ থকা নগৰ পাই চন্দুক খুলি দিলত সি টোকৰ মাৰি সুধিলে ভিত্তৰত ভালে আচে নে? তেতিয়া ভালে আচোঁ বুলি চন্দুকৰ পৰা মাত ওলোআত মিত্তিৰে বৰ বঙ্গ হৈ মুকুত কৰিলে।

৪ জানুআৰিত ওহায়ো প্রদেসৰ লাঙ্কাষ্টৰ নগৰত চামুএল জেঙ্কিঙ্ক নামে ১১৫ বচৰ বয়সিয়া এজন আফ্রিকান মানুহ মৰিল।

৬ জানুআৰিত নোবাস্কটিয়া দেসত জৰ্জ চিনিত নামে এজন ১২০ বচৰ বয়স হৈ মৰিল।

ফ্রাঞ্চ দেসৰ ৰবিলাৰ নামে এজন মানুহ ১১৩ বচৰ বয়স হৈ অক্তোবৰৰ প্রথম তাৰিখত মিত্তু হল।

ৰুচিয়া দেসত ১,৫০,০০,০০০ জেৰ কোটি ঘোঁৰা আচে।

আমেৰিকাৰ ইলিনই প্রদেসত ৩০০ মান ডকাইত এমথাই পাদুকা গাঁৱৰ ওচৰত বাসা লৈ চাৰিও পোনে ডকা দি ফুৰাত তাত থকা ৫০০ মানুহে সিইতক খেদাবলৈ ওলাই জুধ কৰিলে। ডকাইতৰ দুটা মৰি তিনটা খুন হোআত পলাই গল। খেদাবলৈ জোআ মানুহৰো তিনটা মৰিল।

নুয়ৰ্ক নগৰৰ এজন মানুহে দিন চাৰেক আন ঠাইলৈ গলত তাৰ তিৰোতা মাউৰে ধৰি মৰা জেন লোকে বুজি পেৰাত সুমাই মৈদামত পুত্তিবলৈ লৈ গৈছিল। এনে সময়ত পৈএকে আহি তিৰোতা মৰাৰ কথা সুনি মনত বৰ বিসাদ হৈ বিচাৰি গৈ সিইতক লগ পালত আৰু এবেলি তিৰোতাৰ মুখ দেখিবৰ কাৰনে পেৰা খুলিবলৈ

প্ৰাৰ্থনা কৰিলে। পাচে তাক মুকলি কৰাত মৰা য দেখি খাঁকোআল মাৰি ছুলি হাতৰ নাহি চাই ঝোঁটি ধৰা যেন পালে। আৰু একেৰি মানৰ পাচে উসাহ আহি চকু মেলি ক্ৰমেৰে জিলে।

জৰ্জিয়া প্ৰদেশৰ সৰদৌ গাঁৱৰ চটন নামে এজনি তিৰোতাই আপোনাৰ পৈএকক ঘৰে ঘৰে কটিকা খাই বলিয়া হৈ লৰা তিৰোতাক দুখ দিয়া দেখি, মই কোনো দিনত এটা বৰ কথা কৰিম, ইয়াকে বুলিলে; পাচে এদিনা ঘৰত জুই লগাই তিনটা লৰাই সৈতে আহ্ হৈ মৰিল।

ইস্পানিয়া দেশৰ ৰাজ্যি নিয়া এধন বৰ মাড্ৰিদ নগৰৰ ওচৰে ২৩ টা মানুহ হৈ গাঁওতে ১২ জন ডকাইত ওলাই ধৰি সকলোৱে জি সামগ্ৰি আছিল তাকে ডকা দি ঝিলে। এটা ৰাজ্যিকৰ হানি হল ১৬০০ ৰুপ; আৰু এটাৰ হানি হল ৬০০।



তিম, মনুহৰ, ৰৰতমনি, জাতি,
সোন্দা, মালভোগ, পুৰা, কেতেকি,
দিঘলোআ, ৰৰকম, মানিকি চুটিয়া,
না না ৰুপ কল প্ৰভু দিলে সৃজিয়া।
মনুষ্যৰ সন্তান সবে ইহাক খাই,
ইশ্বৰক ধন্যবাদ কৰিতে জুআই। ন. ন.

## পৰিস্ৰমৰ ফল।

**Perseverance Rewarded.**

পৰিস্ৰম সকলো সদ গুনৰ মুল, মহত গুন সকলো আলোচনা ন কৰিলে গুচে।

কোনো মানুহ বৰ বুধিমন্ত হৈ ওপজাৰ নিমিত্তে জে কোনো বিদ্যাত বৰ পাৰ্গত হই এনে বুলি ভবা মিচা, জেতিয়া তুমি কোনো পাৰ্গত মানুহক দেখা তেতিয়া তুমি তেঁও বো কেনেকৈ কাল ব্যই কৰিচে তাকে সুধিবা পাচে তুমি অৱশ্যে জানিবা জে তেঁওৰ জিৱন প্ৰাই স্ৰমতে গৈচে।

আমাক সকলোকে ইশ্বৰে সমান বুধি দিয়া নাই হই; কেতবোৰ আনতকৈ অধিক বুধিমন্ত হৈ ওপজে কিম্বা জদি উপজিবৰ পৰা ন হই তেও কেনেবাকৈ বুধিমন্ত হই, কিন্তু তুমি নিচই জানিবা জে ইশ্বৰে জেনে বুধি দিয়ক নি দিয়ক স্ৰম ন কৰিলে তাৰ পৰা একো গুন ন হই।

এতেকে কোনো প্ৰসংসনিয় কৰমৰ নিমিত্তে সদাই পৰিস্ৰম কৰিবা, পৰিস্ৰম কৰিলে সিদ্ধি নো হোআ কৰম নাই; প্ৰথমে জিটো কৰম অসাধ্য হেন ভবা সিও পৰিস্ৰমৰ দোআৰাই সিদ্ধি হই।

স্ৰম কৰিলে জে অসাধ্য কৰমো হই আৰু স্বভাৱিক দোসকো সোধন কৰিব পাৰি তাৰ এক আচৰিত দৃষ্টান্ত তলত লিখা গল, সেই বিবৰন সঁচা আৰু পুৰাবৃত্ত ইতিহাস সকলৰ পৰা উদ্ধৃত কৰা গৈচে।

দুহেজাৰ মান বচৰ হল দিমস্থেনিচ্ নামে এজন সৰক্তা গ্ৰিক দেসৰ আথিনি নগৰত আচিল; পুৰ্ব কালৰ সৰক্তা সকলৰ মধ্যত এঁওক অতি প্ৰধান বুলি গন্য কৰা জাই:

তেঁও সেই নগৰত কালিস্ত্ৰাতচ নামে এজন সৰক্তাৰ বক্তৃতা সক্তিৰ দোআৰাই মানুহ সকলৰ মাজত জি কৰ্তিত্ব আৰু মান সত্কাৰ হৈচিল তাকে দেখি তেঁও সৰক্তা হবলৈ বৰ উত্সাহ পালে; সেই নিমিত্তে সকলো সুখকে এৰি পুৰুসাৰ্থ কৰিব ধৰিলে আৰু কালিস্ত্ৰাতচ জিমান দিন আথিনি নগৰত আচিল তিমান দিন তেঁওৰ সঙ্গ নেৰি তেঁওৰ উপদেসৰ পৰা জিমান পাৰে তিমান সিকিলে।

প্ৰথমেই তেঁও লৰা থাকোঁতে তেঁওৰ সম্প্ৰতি ৰখ্যাকৰ বিপখ্যে এক বক্তৃতা কৰি সম্প্ৰতি ওভোতাই ললে, ইয়াত্তে উতসাহ পাই তেঁও পাচে লোক সকলৰ আগত বক্তৃতা কৰিলে, কিন্তু তাত তেঁওৰ অসন্তুসহে হল।

তেঁওৰ মাত বৰ সৰু আৰু বেয়া আচিল দেখি সভাৰ সকলোএ তেঁওৰ কথা সুনি উপহাস কৰি হাতত চাপৰি বজাই নিন্দা কৰিলে, তাতে তেঁও বৰ লাজ পাই তললৈ মুখ কৰি ঘৰলৈ জাওতে চেটাইৰচ্ নামে একন সদ্বক্তা তেঁওৰ মিত্ৰে বাটত লগ পাই দিমস্তিনিচ্ বিমৰ্স হোআৰ কাৰন সুনি কলে, বোলে, মিত্ৰ এইবোৰ দোস গুচাবৰ উপাই আচে, পাচে তেঁও এক কাব্যৰ স্লোক মাতিব দিলত দিমস্তিনিচে গালে, তাৰ পাচত চেটাইৰচে এনেহে মাত আৰু ভঙ্গিৰে গালে জে দিমস্তিনিচে কলে, বোলে, মই মতা স্লোক ই ন হই। তেতিয়াই দিমস্তিনিচে আপোনাৰ দোস জানি সেই দোসবোৰ গুচাবৰ নিমিত্তে বৰকৈ পুৰুসাৰ্থ কৰিব ধৰিলে।

তেঁওৰ মাতৰ স্বভাৱিক জি দোস আচিল তাকে গুচাবৰ নিমিত্তে, আৰু উচাৰন ভাল কৰিবৰ নিমিত্তে জি স্ৰম কৰিচিল তাক পতিয়াব ন লগাই প্ৰাই; তাবে পৰা আমি জানোঁ জে থিৰ প্ৰতিগ্যা হৈ স্ৰম কৰিলে সকলো দোসকে গুচাব পাৰি।

তেঁও এনেহে খোনা আচিল জে কেতবোৰ আখৰকে উচাৰন কৰিব নোআৰিচিল, এই দোস গুচাবলৈ তেঁও সৰু সৰু সিল গুটি মুখত লৈ গৰ্হিচিল। তেঁওৰ উসাহ নিচেই চুটি আচিল, এই দোস গুচাবলৈ তেঁও ন থমকাকৈ সেলাক মাতি বৰ ওখ পৰ্বতলৈ উঠিচিল আৰু সমাজত মানুহৰ হাইতো তেঁওৰ মাত সুনিবঁ পৰা কৰিবৰ নিমিত্তে সাগৰৰ তিৰলৈ গৈ পানিৰ বৌবৌৰনিত বক্তৃতা কৰিচিল।

দিমস্তিনিচে মাত ভাল কৰিবলৈ জিমান স্ৰম কৰিলে মুদ্ৰা দিবলৈকো তাতকৈ অলপ পুৰুসাৰ্থ কৰা নাচিল, তেঁওৰ ঘৰত এখন আৰ্চি আচিল তাকে আগত থৈ মুদ্ৰা দিবলৈ সিকিচিল, আৰু জি কথা সভাৰ আগত কব লাগে তাক তেঁও আগৈ আৰ্চি আগত থৈ কেই বেলি মান ঘৰতে আওৰাই পাচেহে সভাত কৈচিল, তেঁও বক্তৃতা কৰাৰ সময়ত কান্ধ নচুআইচিল, এই দোস সোধন কৰিবৰ নিমিত্তে জত থিয় হৈ বক্তৃতা সিকিচিল তাৰ ওপৰত এখন তৰোআল ওলমাই থৈচিল, পাচে তাবে তলত থিয় দি বক্তৃতা কৰোঁতে কান্ধ নচুআলে তৰোআলৰ আগ লাগিচিল; এনেকৈ কান্ধ নচুআ স্বভাও গুচিল।

তেঁও বিদ্যা সিকিবলৈ জেনে স্ৰম কৰিচিল সিও সৰু আচৰিত ন হই, মানুহৰ মাজত থাকিলে হাইত বিদ্যা সিখ্যা ন হব বুলি ভই কৰি তেঁও মাটিৰ তলত এটা ঘৰ কৰি তাতে (এটা চাকি লগাই পৰ্হিচিল, আৰু কেতিয়াবা কেতিয়াবা দুমাহ তিনি মাহলৈকে তাতে সোমাই আচিল, সেই গাঁতত চাকিৰ পোহৰত তেঁও জি বক্তৃতা ৰচনা কৰিচিল তাক তেঁওক হিংসা কৰাবোৰে তেল তেল গোন্ধাই বুলি কৈচিল।

তেঁও নিতৌ অতি সোন কালে উঠিচিল, আৰু আন কোনো বনুআ তেঁওতকৈ আগৈ উঠিলে বৰ অসন্তোস পাইচিল। তেঁও বিদ্যাত নিপুন হবলৈ জি অসম্ভৱ স্ৰম কৰিচিল তাৰ প্ৰমান এটা এই; তেঁও গ্ৰিক দেসৰ প্ৰধান পুৰাবৃত্ত বিৱৰনৰ পুথি আপোন হাতেৰে আঠ বেলি লিখিচিল, এই অভিপ্ৰাই কৰি জে তেনেকৈ লিখিলে সেই গ্ৰন্থৰ ভাসা তেঁওৰ মনত থাকিব।

এনে আচৰিত স্ৰম কৰি দিমস্তিনিচ্ সেসত এনেহে সবক্তা হল জে তেঁও বক্তৃতা কৰিব ধৰিলে তাকে সুনিবলৈ গ্ৰিক দেসৰ সকলো ঠাইৰ পৰা মানুহবোৰ জুম বান্ধি বান্ধি আথিনি নগৰলৈ আহিচিল। অ. ন. ম.





## য়োচেফৰ বিবৰন।

**History of Joseph—Continued.**

নৱেম্বৰ মাহৰ অৰুনোদইত য়োচেফৰ বিবৰন জি চাপা হৈছিল, তাৰ পাচৰে কথা এই অৰুনোদইতো এপিঠি চাপা হৈছে।

এই কথাৰ পাচত মিচৰিয়া ৰজাৰ বাটি লোআই আৰু চাঙ্গমায়ে আপোনাৰ মিচৰিয়া ৰজাত দোস কৰিলত, ফাৰৌএ সেই ৰৰ বাটি ধৰালৈকে আৰু ৰৰ চাঙ্গমাইলৈকে খঙ্গ উটি জি ৰখিয়া সেনা পতিৰ বন্দি সালত য়োচেফ আছিল সেই ঠাইতে সিহঁতকো বন্দি কৰি থলে। তাতে ৰখিয়া সেনাপতিএ য়োচেফৰ হাতত সিহঁতক সোধাই দিলত তেঁও সিহঁতক সুস্রুসা কৰিবলৈ ধৰিলে; এই দৰেই সিহঁত অনেক দিন বন্দি সালত থাকিল।

পাচে বন্দি সালত বন্দি হৈ থকা মিচৰিয়া ৰজাৰ বাটি ধৰা আৰু চাঙ্গমাই দুয়োটাই একে ৰাতিতে সমাজিক দেখিলে; আৰু সুকিয়া সুকিয়া অৰ্থৰ দৰে সিহঁতৰ সমাজিক হল। পাচে য়োচেফ ৰাতি পুআ ওচৰলৈ গৈ সিহঁতক বিবৰন দেখিলত, সিহঁতত সুধিলে বোলে, আজি তোমোলাকৰ মুখ বিবৰন কিয়? সিহঁতে তেঁওত কলে বোলে, আমি সমাজিক দেখিলোঁ, কিন্তু তাৰ অৰ্থ কৰ পৰা কোনো নাই। তাতে য়োচেফে সিহঁতত কলে, অৰ্থ বুজিবলৈ সক্তি জানো ইশ্বৰৰ পৰা পোআ নাই? বিনই কৰিচোঁ, তোমোলাকৰ সমাজিক মোত কোআ। তেতিয়া ৰৰ বাটি ধৰাটে য়োচেফত আপোনাৰ সমাজিকৰ কথা কলে বোলে, মোৰ সমাজিকত এজোপা লতা পনিয়াল মোৰ আগতে আছিল; তাৰ তিনটা ডালত পাত ধৰি ফুল ধৰিলে, আৰু থোপাই থোপাই তাৰ গুটি লাগি পকিল। তেতিয়া মোৰ হাতত ফাৰৌৰ খোআ বাটি থকাত সেই বাটিতে মই লতা পনিয়ালৰ গুটি চেপি নিগৰাই ফাৰৌৰ হাতত সেই বাটি দিলোঁ। তাতে য়োচেফে তেঁওত কলে, ইয়াৰ অৰ্থ এই; সেই তিনটা ডালেই তিন দিন, তিন দিনৰ মুৰত ফাৰৌএ তোমাৰ মুৰ তুলি তোমাক আগৰ বিসই দিব। তেতিয়া তুমি আগৰ দৰে বাটি ধৰা হৈ আকৌ ফাৰৌৰ হাতত খোআ বাটি দিবা। কিন্তু জেতিয়া তোমাৰ ভাল হব তেতিয়া মোক সুঁৱৰি মোলৈ অনুগ্ৰহ কৰি ফাৰৌৰ আগত মোৰ নিমিত্তে টুক,

মোক এই বন্দি সালৰ পৰা উধাৰ কৰিবা। কিয়নো মোক ইব্ৰিয়া দেসৰ পৰা বলৰূপে চুৰ কৰি আনিছে। কিন্তু মই যি এই অন্ধকাৰ বন্দি সালত বন্দি হওঁ, ইয়াতো মই এনে একো কৰম কৰা নাই। পাছে বৰ চাঙ্গমায়ে তাৰ কথাৰ চিকন অৰ্থ দেখি সি য়োচেফক কলে, ময়ো সমাজিক দেখিলোঁ; মোৰ মূৰৰ ওপৰত বগা তিনটা খৰাহি আছিল; তাৰে ওপৰৰটো খৰাহিত ফাৰৌএ খোৱাৰ কাৰনে নানা বিধ বস্তা বস্তু আছিল, পাছে চৰাইবোৰ আহি মোৰ মূৰৰ ওপৰৰ খৰাহিৰ পৰা নি খালে। তাতে য়োচেফে সমিধান দিলে বোলে, ইয়াৰ অৰ্থ এই; সেই তিনটা খৰাহিএই তিন দিন, তিন দিনৰ মাজত ফাৰৌএ তোমাৰ মূৰ তুলি তোমাক ফাঁহি দিব; আৰু চৰাইএ তোমাৰ গাৰ পৰা মঙহ খাবহি।

পাছে তিন দিনৰ দিনা ফাৰৌৰ ওপজা দিন হোৱাত তেঁও আপোনাৰ সকলো বন্দিলৈ ভোজ জুগুত কৰিলে। তেতিয়া আপোনাৰ সকলো বন্দিৰ আগতে বৰ বাটি ধৰাৰে আৰু বৰ চাঙ্গমাইৰে মূৰ তুলি তেঁও বৰ বাটি ধৰাটক তাৰ আগৰ বিসইকে আকও দিলত, সি ফাৰৌৰ হাতত খোৱা বাটি দিলে। কিন্তু য়োচেফে কোৱাৰ দৰেৰে বৰ চাঙ্গমাইক ফাঁহি দিলে। তেও বৰ বাটি ধৰাৰ য়োচেফলৈ মনত ন পৰিল, কিন্তু পাহৰিলে।

ইয়াৰ বাহিৰে দুবছৰৰ মূৰত ফাৰৌএ এই সমাজিক দেখিলে; তেঁও নৈৰ পাৰত থিয় হৈ আছিল। পাছে নৈৰ পৰা অতি চিকন পুৰ সাতোটা গৰু ওলাই পথাৰত চৰিবলৈ ধৰিলে। পাছে আৰু খিনোৱা বেয়া সাতোটা গৰু সেই নৈৰ পৰা ওলাই, সিবোৰ গৰুৰ ওচৰতে নৈৰ কাষৰত থিয় হল। তাতে সেই খিনোৱা বেয়া গৰুএ সেই পুৰ চিকন গৰু সাতোটাক গিলিলে। তেতিয়া ফাৰৌৰ টোপনি ভাগি, আকও টোপনি আহিলত তেঁও দুতিয় বেলি সমাজিক দেখিলে। এজোপা গছত ভাজৰ চিকন সাতোটা থোক ওলাল; পাছে পুবৰ বতাহত সুকুআ আৰু সাতোটা থোক ওলাল; আৰু সেই সুকান সাতোটা থোকে সেই পুৰ চিকন সাতোটা থোকক গিলিলে; তাতে ফাৰৌৰ টোপনি ভাগিলত সপোন হল। পাছে ৰাতি পুৱালত তেঁওৰ মন উগুল থুগুল লাগি তেঁও মানুহ পঠাই মিচৰ দেসৰ আটাই মায়াপিবোৰক আৰু গিয়ানিবোৰক মতাই আনিলে। পাছে ফাৰৌএ সেই আটাইৰে আগত সমাজিকৰ কথা কলে। কিন্তু সিবিলাকৰ কোনোএ ফাৰৌক তাৰ ফলিতা দিব নোৱাৰিলে। তেতিয়া বৰ বাটি ধৰাই ফাৰৌক নিবেদন কৰি কলে। আজি আপোনাৰ জগৰ সুঁৱৰিছোঁ। মহা ৰজাই মোলৈ খং উঠি মোকে আৰু বৰ চাঙ্গমাইকে দুইকো ৰখিয়া সেনাপতিৰ বন্দি সালত বন্দি কৰি থৈছিলে। তাতে ময়ে সিয়ে আমি একে ৰাতিতে সমাজিক দেখিলোঁ। আৰু সমাজিকৰ অৰ্থ আমি সুকিয়া সুকিয়া দৰে দেখাত পাছে তাতে ৰখিয়া সেনাপতিৰ এটা ডেকা ইব্ৰি বন্দি আমিএ সৈতে আছিল। আমি তাকে সমাজিক কলো; সিয়ো গাইপতি সমাজিকৰ অৰ্থ কৈ ফলিতা দিলে। আৰু সি জেনেকৈ ফলিতা দিছিলে, সেই দৰেই ঘটিল; মহা ৰজাই মোক আগৰ বিসই দিলে, কিন্তু তাক ফাঁহি দিলে।

তেতিয়া ফাৰৌএ য়োচেফক আনিবলৈ পঠোৱাত মানুহবোৰে বন্দি সালৰ পৰা তেঁওক বেগতে আনিলে। পাছে তেঁও মূৰ খুৰাই আৰু কাপৰ সলাই ফাৰৌৰ আগত ওলালগৈ। তেতিয়া ফাৰৌএ য়োচেফত কলে, মই এটা সমাজিক দেখিলোঁ, তাৰ ফলিতা কেৱে দিব নোৱাৰিলে। কিন্তু তুমি সমাজিকৰ ফলিতা দিবলৈ তোমাৰ বুধি আছে বুলি সুনিছোঁ। পাছে য়োচেফে ফাৰৌত কলে, তাক মই নোৱাৰোঁ, কিন্তু ঈশ্বৰে ফাৰৌত সুমঙ্গল কথা কব। তেতিয়া ফাৰৌএ য়োচেফত কলে, মই সমাজিকত নৈৰ দাঁতিত থিয় হৈ আছিলোঁ; তাতে নৈৰ পৰা সাতোটা চিকন পুৰ গৰু ওলাই পথাৰত চৰিবলৈ ধৰিলে। পাছে মিচৰ দেস গোটেই খনত তাৰ নিচিনা মই কেতিয়াও দেখা নাই, এনে আৰু সাতোটা খিনোৱা বেয়া গৰু ওলাই, সেই আগৰ চিকন পুৰ গৰু সাতোটাক খালে। কিন্তু সেইবোৰে সিবোৰক খালে তথাপি খাইছে এনে মনত নাহিল, কিয়নো আগৰ দৰেৰে খিনোৱা

বেয়া হৈএই থাকিল, তেতিয়া মই সাৰ পালোঁ। পাচে মই আকও দুতিয় বাৰ সমাজিক দেখিলোঁ; এজোপা গচত চিকন পূৰ সাতোটা থোক ওলাল। পাচে পূবৰ বতাহত সুকান আৰু খিনোআ সাতোটা থোক ওলাই, সেই পূৰ চিকন সাতোটা থোকক খালে। এই সমাজিক মই মায়াপিবোৰত কলোঁ, কিন্তু কোনোএ ইয়াৰ ফলিতা দিব নোআৰিলে। তেতিয়া য়োচেফে ফাৰৌত কলে, তোমাৰ দুয়োটা সমাজিকৰ একে অৰ্থ। ইশ্বৰে জিহকে কৰিবলৈ ধৰিচে তাকে ফাৰৌত জনাইচে। সেই সাতোটা চিকন গৰুএই সাত বচৰ; আৰু সেই সাতোটা ভাল থোকো সাত বচৰ, সেই সমাজিক একে। আৰু তাৰ পাচত জি খিনোআ বেয়া গৰু সাতোটা ওলাল, সিইতেও সাত বচৰ; আৰু পূবৰ বতাহত জি সুকুআ সাতোটা থোক সেয়েই এঁকালৰ সাত বচৰ হব। এই কথা মই ফাৰৌত কৈচোঁ, ইশ্বৰে জিহকে কৰিব খুজিচে তাকে তোমাক দেখুআইচে। চোআ, আগেএ গোটেই মিচৰ দেসত সাত বচৰলৈকে অতি সৰহ চিকন খোআ বস্তু হব। পাচে সাত বচৰ এনেহে এঁকাল হব জে মিচৰ দেসত সকলো খোআ ভাল বস্তুলৈ পাহৰিব; আৰু সেই এঁকালতে দেস নষ্ট হব। আৰু সেই এঁকালৰ কাৰনে আগেএ ভাল বস্তু খোআও দেসত বুজিব নোআৰিব, আৰু তাক সহিবলৈয়ো বৰ টান হব। ফাৰৌএ দুবেলি সমাজিক দেখাৰ অৰ্থ এই, ইশ্বৰে ইয়াক নিচইএ সোনকালে ঘটাব; এই কাৰন মহা ৰজাই এটা বুধিমন্ত গিয়ানি মানুহ বিচাৰি তাকে মিচৰ দেসৰ ওপৰত গৰাকি পাতোক। আৰু এই কৰম কৰোক, জি সাত বচৰত ভাল খোআ বস্তু হব সেই সাত বচৰতে দেসত অধিকাৰবোৰ পাতি মিচৰ দেসৰ পৰা সহবোৰৰ পাঁচ ভাগৰ এভাগ লওক। আৰু সেই ভাল সাত বচৰৰ সহ গোটাই ধান ৰজাৰ হাতৰ তলত থৈ সিইতে নগৰ ধনে পতি খোআ বস্তু সাঁচি থওক। তাতে হব খোআ এঁকালৰ সাত বচৰৰ কাৰনে সেই খোআ বস্তু সাঁচি থলে, এঁকালত দেস নষ্ট ন হই। তেতিয়া ফাৰৌএ আৰু তেঁওৰ বন্দিবোৰে এই কথা চাই, ভাল পালে। আৰু ফাৰৌএ বন্দিবোৰত কলে, ইয়াৰ নিচিনা মানুহ জাত ইশ্বৰৰ আত্মা আছে, এনে আৰু কাক পাম? তেতিয়া ফাৰৌএ য়োচেফক কলে, ইশ্বৰে তোমাক এই আটাইকে জনাইচে; এই কাৰন তোমাৰ সমান বুধিমন্ত আৰু গিয়ানি কোন আচে? মই তোমাকে মোৰ ঘৰৰ অধিকাৰ পাতিলোঁ। মোৰ আটাই মানুহ তোমাৰ কথাৰ তল হৈ থাকিব অকল সিংহাসনত মই তোমাতকৈ বৰ হৈ থাকিম। ফাৰৌএ য়োচেফত আৰু কলে বোলে, চোআ গোটেই মিচৰ দেসৰ ওপৰত মই তোমাক অধিকাৰ পাতিলোঁ। পাচে ফাৰৌএ আপোনাৰ হাতৰ পৰা আঙুঠি সোলোকাই য়োচেফৰ হাতত দি তেঁওক অতি উত্তম কাপৰ পিন্ধাই তেঁওৰ ডিঙিত সোনৰ হাৰ দিলে। আৰু তেঁওৰ দুতিয় ৰথ তেঁওক উঠি ফুৰিবলৈ দি মানুহবোৰে তেঁওৰ আগত আঁঠু পাৰ, আঁঠু পাৰ বুলি এটাহ্ পাৰিলে। এই ৰূপে তেঁও তাক গোটেই মিচৰ দেসৰ অধিকাৰ পাতিলে। পাচে ফাৰৌএ য়োচেফত কলে, মই ফাৰৌ, তোমাত বাহিৰে সকলো দেসত কোনো মানুহে হাত বা ভৰি লৰাব নোআৰিব। আৰু ফাৰৌএ য়োচেফৰ নাম চাফিনত পানেহ থৈ ওন নগৰত থকা পোটিফোৰ নামেৰে পুৰোহিতৰ আচিনত নামেৰে কন্যাৰে সৈতে তেঁওৰ বিয়া দিলে। পাচে য়োচেফে গোটেই মিচৰ দেসত ফুৰি আপোনাৰ তেৰ কুৰি বচৰৰ সময়ত ফাৰৌৰ আগত থিয় হলহি। তেতিয়া য়োচেফে ফাৰৌৰ ওচৰৰ পৰা গৈ মিচৰ দেস গোটেই ধন ফুৰিলে। আৰু সাত বচৰত প্ৰিথিবিএ আঁজলিএ আঁজলিএ সহ ওপোজালে। সেই সাত বচৰত মিচৰ দেসত হোআ সকলো সহ গোটাই নগৰত সাঁচিলে। কিন্তু জি জি নগৰৰ চাৰিও ফালে পথাৰত জিমান সহ হৈছিল, তাক সেই সেই নগৰতে থলে। এই ৰূপে য়োচেফে সাগৰৰ বালিৰ সমান সস্য গোটালে। কিন্তু তাক লেখিবলৈ এৰিলে, কিয়নো তাৰ সিমা নাই কিয়া হল।

পাচে মিচৰ দেসৰ জি ধাৰলৈ থকা সাত বচৰ আচিল সেয়ে পূৰ হল। আৰু য়োচেফৰ কথাৰ দৰেবেই একালৰ সাত বচৰ হলহি, তেতিয়া

আন সকলো দেসত এঁকাল হল; কিন্তু মিচৰ দেস খনতে খাবলৈ আছিল। পাচে সকলো মিচৰ দেসত এঁকাল হলত প্ৰজাবোৰে ফাৰৌৰ আগত খোৱা বস্তুৰ কাৰনে প্ৰার্থনা কৰিলে, তাতে ফাৰৌএ সকলো মিচৰিয়াবোৰত কলে বোলে, তোমোলাকে য়োচেফৰ ওচৰলৈ জোৱা, তেঁও জিহকে কই তাকে কৰাঁহক। তেতিয়া প্ৰিথিৱিৰ আটাই ঠাইতে অতি ডাঙৰ এঁকাল হলত য়োচেফে সকলো ঠাইৰ ভঁৰাল মেলি মিচৰিয়াবোৰক সহ বেচিবলৈ ধৰিলে। আৰু সেই এঁকাল মিচৰ দেসত ৰৰকৈ বাঢ়িল। তেতিয়া নানা দেসৰ মানুহে মিচৰ দেসত য়োচেফৰ ওচৰত সহ কিনিবলৈ আহিল, কিয়নো সকলো দেসত বৰ এঁকাল হল। ন. দ.

---

লৰাবিলাকক পৰ্হিবলৈ সিকোৱা বাপেক মাকৰ উচিত।

Advantages of Education.

সজ্জ গচ জোপাৰ গুটি পাৰৰ এসাৰে গুৰিত পানি নি থাকিলে সি কেতিয়াও নে পাই নে থাকে সেই ৰূপে লৰাক নিতি গিয়ান পৰ্হালেও তাৰ ফল ধৰে।

লৰাবিলাকৰ বাপেক মাক নাইবা ভাত কাপৰ দি পোহাটেই নাইবা বিসয়াই সিইতক ইহকাল পৰকালৰ জি হিত বিদ্যা আৰু নিতি কথা আৰু খেমা দায়া সৌৰ্জ গিয়ান এই সকল সিকোআটো উচিত। ভাত কপট এনাহ এটা কৰা কেতিয়াও ভাল ন হই; তাৰ প্ৰমানৰ নিমিত্তে এই ইতিহাস কথা।

এটা পণ্ডিত ৰজাৰ পুতেকে মনত সৌৰ্জ নাই কিয়াৰে নিমিত্তে ভাবিলে জে মই পিতাৰ মনৰ জুগুতৰ পুতেক, মোক ৰাজ পাট দি পিতাই একো চিন্তা নাই কিয়াকৈ থাকিব পাৰে। কিন্তু তেঁও পলম কৰি থাকে এই কাৰনে তেঁওক মাৰি আপুনি ৰজা হঁও। আৰু সেই ৰজাৰে মন্ত্ৰিৰ এজনি জিএক আছিল তাই অতি সুন্দৰি আৰু জুবতি, তথাপি অনেক দিনলৈকে তাইক বিয়া নি দিয়াকৈএ থৈছিল, সেই কাৰনে তাই মনত ভাবিলে জে কালৈকে পাঁও তলৈকে গুচি জাম।

এদিন ৰাতি ৰজাৰ সভাত নাচনিয়াৰে নাচিচিলে; পাচে নিশা অলপমানহে আচে এনেতে নাচনিয়াৰ হতে বটা বাহোৰ একো নে পাই নাচ এৰিৰ খোজাত, নাচনিয়াৰৰ তৈপএকে এনেকৈ শ্লোক গাই তাইত কলে।

গতা বহুতৰাকাহে স্বল্পাভিতিতি সৰ্বৰি।
ইতিচিত্তে সমাধায় মুক্ত নৰ্ত্তনৰঞ্জনং।

বোলে হে তিৰি, অনেক নিশা গল অলপমানহে আচে, এই কাৰনে আৰু কিচুমান মন থিৰ কৰি সব লোকৰ সন্তোস কৰ। চাচোন, আমি এতিয়ালৈকে গায়ন গাই একো নে পালোঁহঁক, আৰু জদি পাবৰ এসাও নাই তেও আৰু অলপমান মেলি থাকি ৰাতি পুৱালৈকে গিত গাই আপোনাৰ কৰম কৰোঁ, তাতে সভাৰ মানুহবোৰ সন্তোস হব।

ৰজাৰ পুতেকে আৰু মন্ত্ৰিৰ জিএকে এই শ্লোকৰ অৰ্থ পাই সহি গকা সকলো ৰূপে ভাল হৈয়াক মনত ললে। আৰু সেই গায়নক সন্তোস হৈ সিইতৰ ডিঙিৰ গজ মুকুতাৰ হাৰ সোলোকাই দিলে।

সেই সভাতে থকা টেকেলাৰ লৰা এটাই শ্লোকৰ অৰ্থ বুজ নে পাই তাৰ বাপেকক টকা মাৰি দিলে। তাতে টেকেলাই পুতেকক কানতলৈ নাচিবলৈ ধৰিলত সভাৰ সকলো মানুহে আচৰিত মানি টেকেলাত সুধিলে বোলে পুতেৰে তোক মাৰিলে তথাপি ‍ তাক কানত লৈচ ইয়াৰ কাৰন কি? টেকেলাই কলে মই নিতি বিদ্যা ন পৰ্হালত ই মুৰ্খ হল, এই কাৰনে মোক বধ ন কৰি জে অকল টকাহে মাৰিলে ই পৰম লাভ।

---

এই অৰুনোদই পত্ৰ মোং সিবসাগৰৰ আমেৰিকান বাপ্টিষ্ট মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈছে: আগিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চ মহা।

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

৺

# অৰুনোদই সম্বাদ পত্ৰ

পঞ্চম চোআ। মোং সিৱসাগৰ, জানুআৰি, ১৮৫০। নম্বৰ ১।

VOL. V SIBSAGOR, ASAM, JANUARY, 1850 NO. 1.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

চিংফ গাঁৱৰ পৰা দুটা চিংফই দা আদি কিবা কিবি বস্তু বেচি বেহা কৰিবৰ নিমিত্তে আহি মটক গাঁও সোমোআত সাকিন বকতাৰ গঙ্গাই বৰাই হাবি বাটত সিইতক লগ পাই, দা এখন মই কিনো বুলি চিংফৰ হাতৰ পৰা লৈ পলাই, হাবি সোমাল, পাচে চিংফইতে বিচাৰি বিচাৰি, প্ৰথম জানুআৰি তাৰিখে মটকৰ নাও সলিয়া গাঁৱত পাই, দা চুৰকৈ আনি পলাই আচহি! এই বুলি ধৰাত সি এডাল টাঙ্গোন লৈ ফুঙ্গলা নামে চিংফ এটাৰ মুৰত মাৰ মাৰি দিলত মুৰ ভাগি সি তেতিয়াই মৰিল। তাতে সেই বৰাই তাৰ পৰা বেগতে পলাই আহি, সাৰিবৰ মনেৰে সিৱসাগৰৰ থানাত চুৰি মোকৰ্দমা কৰিচিল। পাচে সেই চিংফ মৰা কথা দিবুৰুগৰ জিলাৰ স্ৰীজুত বিচাৰ পতিএ বুজ পাই, তাক ধৰিবৰ নিমিত্তে ঠায়ে ঠায়ে লিখাত, সিৱসাগৰ জিলাৰ স্ৰী ভুবনেস্বৰ ফুকন দাৰোগাই সেই বৰাক চিনি পাই ধৰি দিবুৰুগৰলৈ পঠালে।

লুংঠাই দুআৰৰ ৮ জন নগা ভৈয়ামলৈ আহি বেহা আদি কৰি ফুৰি দোপদৰ হাটৰ ওচৰৰ এঘৰ মানুহৰ ভঁৰালৰ আগত আচিল, আৰু তিতৰ নাম চন্দ্ৰিয়া এমথা নগাই বেহা কৰিবলৈ আহি গাঁৱত ফুৰুঁতে সেই লুংঠাই দুআৰিয়া নগা তাত থকা বুজ পাই, ৩ টা নগা ৈগে দিনত চান্দি আহি গত এপ্ৰিলৰ ৩ তাৰিখে ৰাতি চোৰাঙ্কৈ সিইতক ভঁৰালৰ আগতে বেৰি ধৰি, তিন জন নগাক বধিলে; এজনৰ মুৰ, তৰি আৰু হাত; ই দুজনৰ মুৰ কাটি, দা জাটিএ সৈতে লৈ গুচি গল, কিন্তু ইমথা নগা লৰ মাৰি সাৰিল। পাচে সিৱসাগৰ জিলাৰ স্ৰীজুত বিচাৰ পতিএ ডিচেম্বৰ মাহত নগাৰ পৰ্বতলৈ গৈ সেই নাম চন্দ্ৰিয়া দ্ৰোহিয়া নগাক বৰ্ত্তমান মাহত ধৰি স্ৰীজুত লেপ্‌টেনন্ত ইদিন চাহাবৰ দোআৰাই ইয়ালৈ পঠাই দিলে।

জোৰহাটৰ পৰা এক মানুহে লিখিচে, মাঘৰ ২৮ তাৰিখে কাকডঙ্গাৰ কোথৰত পেটালৰ মৌজাত ভাই ককাই দুটা লৰাই টঙ্গিত সুই আচিল, পাচে অকস্মিতে টঙ্গিত জুই লাগিলত সাৰ পাই ভাঙ্গৰ লৰাটো জাপ মাৰি সাৰিল, সৰুটো এধা পোৰা হৈ টঙ্গিএ সৈতে বাগৰি পৰি, লৰ মাৰি গৈ, ঘৰ পায়েই মৰিল। আৰু লিখিচে বোলে, ৯ মাঘত কৰনাৰ ঠাকুৰ এটাই আহি আপোন ইচাৰে চৰ্মচেদন কৰাই মচলমানৰ ধৰম গ্ৰহন কৰিলে।

লখিমপুৰ জিলাৰ স্ৰীজুত ডক্তৰ কেম্বেল চাহাবৰ সৰু জিএক এজনি চাহাৰ মেম চাহাৰ বাজত কিবা কৰি থাকোঁতে তিতৰত জুয়ে পুৰি মাৰিলে।

ইংলণ্ডৰ পৰা মাৰ্লবৰ নামেৰে জাহাজত অহা ৬ জন লেপ্‌টেনন্ত চাহাব কলিকতাৰ পৰা চিঙ্গৰা জিলালৈ নাৱেৰে জাঁওতে জোআৰ ভেঁটাই নাও লুটিয়াই পেলালে, সকলো বস্তু হানি হল, কিন্তু মানুহৰ প্ৰান ৰখ্যা পৰিল।

কলিকতাৰ এক পত্ৰত লিখিচে, পৰ্বতিয়া কুকি নামে এজাত মানুহে নৱেম্বৰ মাহত

টিপিৰা দেসলৈ আহি ৩৫ জন গাৰলিয়া মানুহ কাটিলে; অনুমান কৰিচে জে সিইতৰ দেওবিলাক সন্তোস হবৰ নিমিত্তে কাটিলে।

কলিকতাত থকা বাবু প্ৰমথনাথ দেৱ ডিচেম্বৰ মাহত ম্ৰিত্যু হল। তেঁওৰ বাপেক ৰাম দুলাল দেৱ, আগেএ ৫ টকাত চাকৰি কৰিচিল, পাচে বেপাৰ কৰি কৰি ১,০০,০০,০০০ এক কোটি মান টকা দুই পুত্তেকলৈ আজি থৈ তেঁও ম্ৰিত্যু হল; আৰু কোনো মানুহে বোলে, প্ৰমথনাথ দেৱে তেঁওৰ তায়েকে থৈতে তেনে দুগুন আৰ্জ্জিলে।

কলিকতাৰ পৰা জোআ কানপচ্ নামেৰে এখান জাহাজত ডিচেম্বৰৰ ১১ তাৰিখে কেনেবাকৈ মৰাপাটত জুই লাগি সেই জুয়েই জাহাজ পুৰিলে, তাতে সকলো মানুহ জাহাজৰ সৰু নাওবোৰত উঠিল; পাচে ষ্টৰ্মকিঙ্গ নামে জাহাজে এখান নাৱৰ ৯ জন মানুহ পাই তুলি নিলে, এহেলৈ কাপ্তান আদি, মানুহ আন নাৱৰ উটি গৈ অনেক দুখেৰে বাম পাই ৰখ্যা পৰিল।



কেলেৰ গ্ৰিমস্দ্য নামেৰে এখান জাত্ৰি নিয়া জাহাজ আমেৰিকালৈ জাওতে নৱেম্বৰ ১২ তাৰিখে জুই লাগি ৮ দিনলৈকে পুৰি আচিল, পাচে ৫ দিনৰ মুৰত চেইৰা নামেৰে আন এখান জাহাজে দেখা পালে, কিন্তু বৰ বতাহ ঢৌ হোআত ওচৰলৈ জাব নোআৰি তাতে পৰ দি থাকিল, তাৰ ৩ দিনৰ মুৰত জাহাজৰ পৰা নাও পঠাই পোৰা জাহাজৰ সকলো মানুহবিলাক তৰলে। তাত ৪০০ জাত্ৰিক আচিল তেও এটাও ন মৰিল।

আগ্ৰা মেচেঞ্জৰ নামেৰে সমাচাৰ পত্ৰত লিখিচে, লেপ্টেনন্ট স্কট নামে এজন চাহাবে চিকাৰ কৰোঁতে দুই নলি বন্দুক ভৰাই তাৰে এক নলি ফেৰ কৰি পচু এটা গুলিয়ালে, পাচে ওচৰলৈ জাঁওতে পচু উঠিব খোজাত ছিলৈৰ গিদাৰে খুন্দা মাৰি দিয়াত সি নলি উফৰি চাহাবৰ গাত গুলি লাগি তেতিয়াই মৰিল। চাহাবে অলপ দিনৰ আগতে মেম বিয়া কৰাইচিল, আৰু ওচৰতে তাম্বু ঘৰত সেই মেমো আচিল।

নৱেম্বৰ মাহত লাহোৰৰ খাজনা ঘৰৰ পৰা কোনো গোঁৰা চিপাহিএ ১৬,০০,০০০ টকাৰ ৰাজ অলঙ্কাৰ চুৰ কৰিচিল, পাচে চোৰ ধৰি সকলো অলঙ্কাৰ পালে।

২২ জানুআৰি তাৰিখে লাহোৰ নগৰত ৰাতি বাৰে বজাৰ সমইত ৭ জন চিক মানুহে চোৰাঙ্গকৈ গোঁৰা সেনাৰ লয়নত সোমাই ৭ জন গোঁৰা সেনাক বধ কৰিলে, তেতিয়া গোৰা সে নাই দেখি চিকৰ ৬ টাক ছিলৈৰ চাঙ্গিৰিৰে খুঁচি মাৰিলে।

লাহোৰ নগৰত ২ জন আৰমিনিয়া ফটিক বেপাৰি মানুহে গোঁৰা সেনাৰ মাজত লুকাই ফটিকা বেচা ধৰা পৰিলত সিইতৰ প্ৰতি জনক ৫০০ টকা জৰিমানা কৰিলে।

পঞ্জাবৰ চেক ইমামুদিনে শ্ৰীজুত গৱৰ্নৰ জেনৰল বাহাদুৰৰ পৰা নবাব বিসই পালে আৰু জিলাৰ চিন্নে বজা বাব পালে, কিয়নো পাচৰ পঞ্জাবৰ ৰনত এই দুজনে কম্পানি কলিয়া হৈ অতি দুখেৰে হিত কৰি আচিল

বম্বাইত ফেৰিংডন্ নামেৰে এজনা মেম চাহাবে বেমাৰ হোআৰ কাৰনে কঁকালত টা জোক লগাইচিল, পাচে ৰাতি আয়াক চা সাৰে থাকিবলৈ হুকুম দিলে, তথাপি ত

সুলত জগাৰলৈ মেমৰ সক্তি ন থকাৰ নিমিত্তে অনেক তেজ গৈ ৰাতি পুআ মৰিল ।

বম্বাইত হামিলটন নামেৰে একন চাহাবে মেম চাহাবে সৈতে গাৰিত ফুৰিবলৈ জাওতে, চাহাবে গাঁৰি ৰখাই এখন গোলাত এখন্তেক মান সোমালত ঘোৰাই কিহবাত ভই পাই লৰ মাৰি আন গাৰি এখনত খুন্দা মাৰি মেম চাহাবক তললৈ পেলালে তাতে অতি দুখ পোআত অলপতে মেম চাহাব মৰিল ।

বম্বাইৰ পৰা গুজৰাটলৈ জোআ বাটত ৰেল্ৰদ পাতিবৰ কাৰনে এক কম্পানি গোট হৈ ১৪০০০ ভাগ পাতিলে; আৰু সেই দেসৰ মহা ৰজাই এক লাখ টকা দি ২০০০ ভাগ লৈচে । পাচে এক পত্ৰত লিখিচে কেৱল গুজৰাটতে ৭১২৫ ভাগ ললে ।

মান দেসৰ ৰজাৰ অহিতে কেতবোৰ দ্ৰোহিয়া মানুহ গোট খাই জানুআৰি মাহত ৰজাক নষ্ট কৰিবলৈ আলচ পাতোতেই ৰজাই বুজ পাই আগ্যা দি সেই দ্ৰোহিয়াবোৰক ধৰাই আনি ৫০ জন মানৰ মুৰ কটালে । আৰু মান ৰজাই আৱা ৰাজ নগৰৰ অধিকাৰক কোনো অপৰাধি পাই ধৰাই আনি ধুমেৰে খুন্দি মাৰিবলৈ আগ্যা কৰিলে ।

দখিন আমেৰিকাৰ আদি বাসি মানুহ একনে গচৰ চাল এভাৰ লৈ জাওতে আন্দিচ পৰ্বতৰ ঢুৰিৰ কাসৰত জিৰাইচিল, তাতে এতোথৰ সোন পাই আৰু পাম জেন বুলি এবেলা মান বেলি বিচৰাত ৭ সেৰ মান সোন পালে; আৰু তাত সৰহ সোন পোআ জাব বুলি সেই দেসৰ মানুহে আসা কৰিচে ।

ৰছিয়িয়া দেসৰ য়িহুদি লোকে আগেএ আপোনাৰ কাৰনে মাটি ৰাখিব নোআৰিচিল, কিন্তু এতিয়া আপোনাৰ নিমিত্তে কিনি ৰাখিবলৈ সেই দেসৰ ৰজাই আগ্যা কৰিলে ।



## মচলমানৰে চাগলিৰে কথা ।

The Mussulman and his Goat.

এটা মচলমানে থাৰলৈ ৰজাৰৰ পৰা এটা চাগলি কিনি আনিচিল, গোটা চাৰেক দুৰ্জনে চাগলিটো দেখি লোভ লাগি আলচ কৰি তাৰ পাচে পাচে গৈ দুটা মানে একেকৈ বুলিলে বোলে, অস অস কি কাল হল, মচলমান হৈ গাহৰিটো কান্ধত লৈ গৈচে, মচলমানে এই কথা সুনি ভাবিব ধৰিলে বোলে, ইহঁতে চাগলিক কিয় গাহৰি বুলিচে । আৰুও দুটা মানে কলে, হেৰ দুৰ্জন মচলমান হৈ গাহৰিটো কান্ধতকৈ লিচ, আৰু চুলেও প্ৰাচিত্ত কৰিব লাগে তই মচলমানৰ ৰজহত ওপজাই ন হ । সি এই কথা সুনি মনত বৰ সংসই লাগিল বোলে, কি জানি মনৰ ভ্ৰান্তিত চাগলি জেন দেখি গাহৰিকে আনিলোঁ; এই বুলি কান্ধৰ পৰা চাগলিটো মাটিলৈ নমাই ভালকৈ চালে, দেখে চাগলিহে গাহৰি ন হই, তাতে সিহঁতক বুলিলে ইহঁত বলিয়া হৰলা, এই কাৰনেহে মই কিনি অনা চাগলিটকে গাহৰি বুলিচে । পাচে কিচুমান বাট জাওতেই তাৰে দুটা মান আগ বাঢ়ি গৈ মচলমানৰ বেস ধৰি তাৰ আগত থিয় হৈ আৰুও কলে, হেৰ মানুহৰ অধম কুলৰ কাইট, তই আমাৰ অতিসই বিৰোধ ধৰম আচৰি গাহৰিটো আনিচ, ৰাহ, কাজিৰ আগত কৈ তোক ইয়াৰ দণ্ড কৰাম । তেতিয়া সেই মচলমানে গুনিলে বোলে, প্ৰথমেই কোআ মানুহৰ কথা মই ন পতিয়ালোঁ। এতিয়া দেখোন মোৰ একে জাতৰ মচলমানেই কলে, এই কাৰনে মই জানিচোঁ মোৰ চকুৰ ৰস্মি আৰু গিয়ান বিসম হল, সচা মিচা জেইবা হওক ন হওক মানুহে কোআ কুই কৰিলেই ধৰমৰ হানি হই, ইয়াকে গুনি চাগলিটো এৰি গুচি গল । পাচে সেই দুৰ্জন চল কৰোতাবোৰে বৰ ৰঙ্গ পাই চাগলিটো নি খালেগৈ ।

অৰ্থ, আপোনাৰ মনত ভালকৈ বিবেচনা ন কৰি কেৱল লোকে কোআবোৰ কথাত মন দিলে তাক অগিয়ানি বোলে ।



## বিবৰ পহুৰ বিবৰন।

The Beaver.

বিবৰ নামেৰে এবিধ পহু আচে, তাক ইউৰপ আৰু আচিয়াৰ উত্তৰ ফালে পাই, তথাপি উত্তৰ আমেৰিকাত উত্তৰ ফালে সেই পহুক অধিক পোআ জাই।

তাৰ গাটো তেৰ হাত মান দিঘল, উদৰ নিচিনা আক্ৰিতি দেখা জাই, কিন্তু মুৰটো হলে বৰ এন্দুৰৰ মুৰৰ নিচিনা দেখি। আগ ঠেংতকৈ পাচ ঠেং দিঘল, আৰু হাঁহৰ নিচনা পতা। নেগৰ ১০।১১ ইঞ্চ মান দিঘল আগ তোখৰ চেপেটা মাচৰ বাকলিৰ নিচিনা দেখি, ওপৰৰ বকচাৰ দৰে থাকে। কান দুখন সৰু, নোমে ঢাকি থই। তাৰ গাৰ নোম দুই জাত, এবিধ দিঘল, আৰু কিচু সৰুত, বৰন সিহৰ নিচিনা কিন্তু আগবোৰ অলপ ৰঙা। ইবিধ চুটি, কোমল, মিহি। আৰু গাৰ নোমতকৈ মুৰৰ ভৰিৰ নোম কিচু চুটি। দুটাৰে পৰা পাচোটালৈকে পোআলি একে বাৰেই জগাই। তাৰ মস্তক লেতেৰা ন হই আৰু জদি সৌচ কৰিব লাগে তেতিয়া ঘৰৰ পৰা সদাই আঁতৰি জাই।

বিবৰ পহু বৰ বুধিমন্ত আৰু আপোনাৰৈ অতি সুন্দৰ ঘৰ সাজিব জানে। জতে কাঠনি হাবি আৰু পানি সৰহ থাকে তেনে ঠাই ঘৰ সাজিবলৈ বিচাৰে। উত্তৰ আমেৰিকাৰ, উত্তৰ ফালে, জাৰ কালত অতি টান জাৰৰ নিমিত্তে আটাই পানিৰ ওপৰত ৪।৫ হাতলৈকে গোট খাই সিলৰ নিচিনা টান হৈ থাকে, কৰতেৰে কুঠাৰেৰেহে কাটিব পাৰি, আৰু জিবোৰ জান বা নৈ বৰ দ ন হই, সেইবোৰৰ পানি নিচেই তললৈকে গোট হই; তাকে জানি তেনে ঠাইত সেই পহুবিলাকে কেতিয়াবা ২০০।৩০০ গোট খাই, পানি দ হৈ থাকিবৰ নিমিত্তে নৈ বা জানত ভেঁটা বান্ধে। তাৰ দাঁত টান বৰ চোকা আৰু বৰ বৰ গচক কাটি চিঙিব পাৰে। তেৰ হাত মান বেৰে জিবোৰ গচ তেনে গচকে সিইতে কটা ডক্তৰ বেষ্ট নামে এজন চাহাবে দেখিলে। আৰু ডক্তৰ গৰমেৰ চাহাবে মিয়ামি নৈৰ ওচৰত জি গচ ১ হাত মান মেৰ হই তেনে গচকে কটা ভালেমানৰ মূৰ্হা দেখিলে। জি জি গচ কাটিলে পানিত পৰিব সেই গচবোৰ কাটি, ওপজাই, ঘৰ বা ভেঁটা বান্ধিবলৈ সিইতে টানি নিএ। জিবোৰ সৰু তাক পানিৰ পৰা অলপ দূৰৈতে কাটি পানিলৈ কামোৰ মাৰি ধৰি টানি নি পানিত পেলাই লৈ জাই বিবৰ পহুৰ গুন ন জনা মানুহ জদি সিইতৰ ভেঁটা বা ঘৰ সজা ঠাইৰ ওচৰলৈ জাই আৰ



বিবৰ পহুবোৰ আৰু সিহঁতৰ ভেঁটা আৰু ঘৰৰ নকচা ।

Beavers, with their Huts and a Dam.

সমানকৈ কটা গচৰ মুঢ়াবোৰ দেখে তেতিয়া মানুহে দাৰে কটা অৱস্যে বুলিলেহেঁতেন । কিয়নো খেতি কৰিবৰ নিমিত্তে জেনেকৈ মানুহে গচ কাটি ঠাই মুকলি কৰে তেনেকৈ বিবৰে গচবোৰ কটা ঠাই দেখা জাই । জি নৈত ভেঁটা বান্ধে তাত জদি সোঁত টান ন হই তেতিয়া পোনকৈ বান্ধে, জদি সোঁত টানহে হই তেতিয়া ধেনুৰ আক্রিতিকৈ বান্ধে জেন পানিৰ বেগ দৰকৈ ন পৰিব আৰু তাত মাজে মাজে কাঠ, সিল, বোকা টানকৈ ভৰাই দিএ, সেই কাৰন ভেঁটা অনেক দিনলৈকে সকত হৈ থাকে ।

বিবৰ পহুএ গচৰ চাল আৰু সৰু সৰু ঠালবোৰ খাই, ঘাম কালত সিহঁতে আহাৰ গোটাই, ঘৰ বা গাঁতৰ ওচৰৰ পানিতে লুকাই ৰাখে । পানিত থকা গচ আৰু আন আন সিপাকো খাই । ঘাম কালত সিহঁতে বৰ কাম কৰে, আৰু আপোনাৰ পোআলিক পিয়াই দেখি, ৰৰকৈ খিনাই জাই, নোমবোৰো ভাল ন হই, কিন্তু জাৰ কালত সিহঁতৰ বৰ তেল হই, নোম অতি মিহি, আৰু মঙহ খাবলৈকো ভাল, চালৰ নিমিত্তেও কেৱল জাৰ কালিহে মাৰে ।

ইউৰপ আৰু আমেৰিকা দেসবোৰত টুপি সাজিবলৈ বিবৰৰ চাল সৰহকৈ বিচাৰে, সেই কাৰনে অধিক মানুহে সিহঁতক বিচাৰি বিচাৰি মাৰে । ১৬৭০ সঁকত ইংৰাজি জন চাৰেক চাল বেপাৰি লোকে গোট খাই, ইংলণ্ডৰ মহা ৰজাৰ পৰা আগ্যা পাই হাড্চন বেই নামে এক কম্পানি পাতিলে । সেই কম্পানিএ তেতিয়াৰ পৰা এতিয়ালৈকে বিবৰ আৰু আন আন পহু বিচাৰি মাৰি থাকে । ফ্রান্স আৰু আমেৰিকা দেসবিলাকেও সেই ৰূপে বেলেগ বেলেগ কম্পানি পাতি চাল বিচাৰি বেপাৰ কৰে । হাড্চন বেই কম্পানিএ কোঁঠ বান্ধি সেনা ৰাখে, আৰু ইংলণ্ডৰ

পৰা গৱৰ্ণৰ একজন গৈ সিবিলাকৰ ওপৰত অধিকাৰ হৈ থাকে । '১৮২০ সঁকত সেই কম্পানিএ আন আন পহুৰ চাল এৰি কেৱল বিবৰ পহুৰ চাল ৬০,০০০ পাই বেচিলে । আন পহুতকৈ বিবৰৰ চাল উত্তম, দামো অধিক কাৰনে সৰহকৈ বিচাৰে, আৰু ইমান বচৰলৈকে বিচাৰি মাৰি থকাত আগেএ জত অনেক পহু আছিল সেই ঠাইবোৰত এতিয়া চুকাল ।

বিবৰক এই ৰূপে ধৰে; ধৰা মানুহটোএ এটা বটালি ৪ হাত মান দিঘল নাল থুআই লৈ গোটে খোআ পানিৰ ওপৰত তাৰে খুন্দিয়াই চাই ফুৰে পাচে জতে গাঁত থাকে তাৰ মাতৰ উমান পাই আচে বুলি জানি থানে, সেই ৰূপে আটাইতকৈ জনা লোকে সৰহ গাঁত বিচাৰি ফুৰে, আন কেতবোৰে সিহঁতৰ ঘৰ ভাঙ্গি বিচাৰে, তাতে পহুবোৰে ঘৰ ভঙ্গা গম পালেই সাঁতৰি বেগাই গাঁতত সোমাইগৈ, তেতিয়া থাপ দিয়া মানুহে গাঁতৰ মুখ গোঁজেৰে লৈতে মাৰি পাচে এটা বৰখিত দিঘল নাল লগাই গাঁতৰ পৰা পহুবোৰ তুলি আনে ।

আদি বাসি লোকে বিবৰক কুন্দা পাতি ধৰে কিন্তু ৰৰকৈ মন দিব লাগে, আৰু কুন্দা নৌ খোঁতেই হাত ধুব লাগে, ন কৰিলে পহুএ গোন্ধ পাই কুন্দাৰ ওচৰলৈকে নে জাই ।

বিবৰ পোআলিৰ মাত লৰাই কন্দাৰ নিচিনা সুনা জাই, আৰু সৰহকৈ উমলি থাকে । এদিন একজন চাহাবে পাঁচোটা বিবৰ পোআলি পানিত উমলি থকা দেখিলে, আৰু হিলৈৰে মাৰিবলৈ সিহঁতৰ ওচৰলৈ মনে মনে চুঁচৰি চুচৰি গৈছিলে, কিন্তু গচৰ মুঢ়াত উঠি ইটে সিটক হেঁচা হেঁচিকৈ বগৰাই নিএ, আৰু অনেক ৰূপে আপোনাৰ লৰা চোআলিবোৰৰ নিচিনাকৈ উমলি থকা দেখি সিহঁতলৈ মৰম লাগি হিলৈ কাৰন পৰা নমাই গুচি গল ।

এই বিবৰ পহু বৰ গিয়ানবন্ত হলেও, তথাপি সিহঁতৰ গিয়ান বঢ়া নাই । আটাই ঠাইত বিবৰ একে ভাও, একে গিয়ান জেনেকৈ পৰুআ, বা মৌ মাখি একে ৰূপে থাকে, সেই দৰে পুৰুস পুৰুসলৈকে বিবৰ পহুএও একে ৰূপে থাকে, আৰু সিহঁতৰ বা আন পহুৰ গিয়ান মানুহবিলাকৰ নিচিনাকৈ কেতিয়াও নে বাঢ়ে । পূৰ্ন কালত বিবৰে জেনেকৈ ভেঁটা আৰু ঘৰ সাজিছিল সেই ৰূপে সেসলৈকে সাজি থাকিব, কেৱল মানুহকহে ইস্বৰে পৰম গিয়ান দিলে, আৰু সিহঁতৰ গিয়ান ক্ৰমে ক্ৰমে বাঢ়ি জাই, আৰু পিত্ৰিবিলাকে জি কথা বা বিদ্যা নে জানে তাক লৰাবোৰে জানে ।

সি পিঠিৰ বৰ নকচাত বিবৰ এটাই গচত উঠি দাঁতেৰে ডাল এটা কুটি চিঙ্গিচে, আৰু এটাই আগ ঠেঙ্গেৰে সেই ডালটো ধৰি আচে । দুটাই ভেঁটা ভেঁটি আচে, আৰু পাচ কালে সিহঁতৰ ঘৰত দুটা কি তিনটাই বন কৰি আচে ।

---

## য়োচেফৰ বিবৰন ।

History of Joseph—Continued.

ডিচেম্বৰ মাহৰ অৰুনোদইত য়োচেফৰ বিবৰন জি চাপা হৈছিল, তাৰ পাচৰ কথা এই অৰুনোদইতো চাপা হৈছে ।

মিচৰ দেসত সহ আচে য়াকোবে এই কথা সুনি আপোনাৰ পুতেকহঁতত কলে তহঁতে ইসি আপোনা আপুনি চাই চাই কিয় আচ! তেঁও আৰুও কলে বোলে, মই সুনিচোঁ মিচৰত সহ আচে, এই কাৰন তহঁতে তালৈকে গৈ আমালৈ সহ কিনি আনহঁক, তেহে আমি ন মৰাকৈ জিয়াই থাকিম । পাচে য়োচেফৰ দহ ভায়েক সহ কিনিবলৈ মিচৰলৈ গল । কিন্তু য়াকোবে য়োচেফৰ আপোন ভায়েক বিন্য়ামিনক ভায়েকহঁতৰ লগত ন পঠিয়ালে, কিয়নো তেঁও ভাবিলে কি জানি ইয়াতে কোনো আপদ হই ।

তেতিয়া ওলাই জোআ মানুহবোৰৰ লগত ইস্ৰাএলৰ পুতেকহঁত সহ কিনিবলৈ গল । আৰু য়োচেফ মিচৰ দেসৰ অধিকাৰ হোআত্তে সকলো দেসৰ মানুহক সহ বেচিছিল । তাতে য়োচেফৰ ভায়েকহঁতো আহি মাটিত পৰি তেঁওক সেৱা কৰিলত, য়োচেফে আপোনাৰ ভায়েকহঁতক দেখি চিনিলে । কিন্তু সিহঁতৰ আগত অচিনাকিৰ দৰে কৰি কঠিন ৰূপে কথা

কলে বোলে, তইঁত কৰ পৰা আহিচ? সিইঁতে কলে, কিনান দেসৰ পৰা আমি সহ কিনিবলৈ আহিচোঁ। কিয়নো য়োচেফে আপোনাৰ ভায়েকইঁতক চিনিলতো সিইঁতে তেঁওক চিনিব নোআৰিলে। তেতিয়া য়োচেফে সিইঁতৰ কাৰনে আগেএ দেখা সকলো সমাজিক সুঁওৰি সিইঁতত কলে, তইঁত চোৰাঙ্গ চোআ মানুহ। এই দেসৰ দুখ চাবলৈ আহিচইঁক। সিইঁতে কলে, হে দেও সেইটো ন হই, আপোনাৰ এই বন্দিইঁত সহ কিনিবলৈ আহিচোঁ। আমি আটাইটিইঁত একে জনৰে পুতেক আৰু পৰমাৰ্থিক মানুহ আপোনাৰ এই বন্দিইঁত চোৰাঙ্গ চোআ ন হই। তেতিয়া তেঁও সিইঁতক বুলিলে ন হই ন হই, তইঁতে দেসৰ দুখ চাবলৈ আহিচ। সিইঁতে কলে, আপোনাৰ এই বন্দিইঁতৰ বাৰে ভাই কিনান দেসত থাকোঁ, একে জনৰে লৰা। আৰু আমাৰ বোপাইৰ লগত আমাৰ সৰু ভাই আচে, তাৰু এটা নাই। তেতিয়া য়োচেফে আকও সিইঁতত কলে, মই তইঁতক জেনে চোৰাঙ্গৰ কথা কৈচিলোঁ, তইঁত সেয়ে হই, মই তইঁতৰ পৰিখা চাবলৈ ফাৰৌৰ আয়ুসৰ সপত কৰি কৈচোঁ; তইঁতৰ সৰু ভায়েৰ এই ঠাইলৈ নাহিলে তইঁত ইয়াৰ পৰা আৰ নোআৰিবি। তইঁতৰ এটাক পঠাই ভায়েৰক আন। আৰু তাক ননালৈকে তইঁতক বন্দি কৰি থৈ, পাচে তইঁতৰ কথা সঁচা নে মিচা তেতিয়াই জনা হৱ। নাইবা মই ফাৰৌৰ আয়ুসৰ সপত খাই কৈচোঁ, তইঁত স্বৰূপে চোৰাঙ্গ হই। পাচে তেঁও সিইঁতক তিন দিন বন্দিসালত বন্দি কৈ থলে। তিন দিনৰ মুৰত য়োচেফে সিইঁতত কলে, ইশ্বৰলৈ মোৰ ৰৱ ভই আচে, এই কৰম কৰ্‌ইক তাতে ৰখ্যা পাবি। তইঁত জদি ভাল মানুহ তেন্তে আপোনাৰ এটা ভায়েৰক এই বন্দিসালৰ বন্দিত থৈ এঁকালৰ নিমিত্তে ঘৰলৈ সহ লৈ জা। তইঁতে আপোনাৰ সৰু ভায়েৰক মোৰ ওচৰলৈ আনিলেই তইঁতৰ কথা স্বৰূপ হৱ তেতিয়া ৰখ্যা পাবিইঁক। তাতে সিইঁতেও সেই দৰে কৰিলে। পাচে ইটে সিটে কোআ-কুই কৰিব ধৰিলে বোলে, আমি আপোনাৰ ভাইৰ কাৰনে নিচই দোসি হৈচোঁ, কিয়নো আমাৰ আগত কাৰৌ কাকুতি কৰিচিল, আৰু আমি তাৰ মনৰ বিয়াকুল দেখিও তাক নু সুনিলোঁইক, এই কাৰনে আমাৰ এই দুখ হৈচে। তেতিয়া ৰুবেনে সিইঁতত কলে বোলে, তইঁতে এই লৰাৰ কাৰনে পাপ ন কৰিবিইঁক মই এই কথা কোআ নাই নে? তেও তইঁতে নু সুনিলিইঁক, চা, এতিয়া ঈশ্বৰে তাৰ তেজৰ বিচাৰ লৈচে। কিন্তু য়োচেফে [illegible] সিইঁতৰ কথা বুজিলে তাক সিইঁতে নে জানিলে; কিয়নো য়োচেফে দু বিধ কথা [illegible] সিইঁতত কথা কৈচিলে। পাচে তেঁও সিইঁতৰ ওচৰৰ পৰা গৈ কান্দি, আকও আহি সিইঁতে সৈতে কথা বাৰ্ত্রা কৈ সিইঁতৰ মাজৰ পৰা চিমিয়োনক ধৰি সিইঁতৰ আগতে বান্ধিলে। পাচে সিইঁতৰ জোলোঙ্গা সহেৰে পুনৰ দিবলৈ আৰু সিইঁতৰ গাই পতি জোলোঙ্গাত ধন ওলোটাই দিবলৈ আৰু সিইঁতক বাটৰ সম্বল দিবলৈ য়োচেফে আগ্যা কৰাত সি সিইঁতলৈ সেই দৰেই কৰিলে। তেতিয়া সিইঁতে আপোনাৰ আপোনাৰ গাধৰ ওপৰত সহ তুলি তাৰ পৰা গল। পাচে বাটৰ অথিতি থকা ঘৰ পাই গাধক আহাৰ দিবলৈ জোলোঙ্গা মেলি এটাই আপোনাৰ ৰূপ দেখিলে, কিয়নো জোলোঙ্গাৰ মুখতে ৰূপ আচিল তেতিয়া সি ভায়েকইঁতত কলে, মোৰ ৰূপ উভতি আহিল, এইয়া, মোৰ জোলোঙ্গাতে আচে, তাতে সিইঁতৰ মন উগুল থুগুল হৈ ভই লাগি, ইটে সিটত কলে বোলে, ইশ্বৰে আমালৈ এনে কি কৰিলে? পাচে সিইঁতে কিনান দেসত আপোনাৰ বাপেক য়াকোবৰ ওচৰ পাই সিইঁতৰ জিজ্ঞি হল সেই সকলোকে বুজাই কলে বোলে, সেই দেসৰ গৰাকিএ আমাক চোৰাঙ্গ চোআ বুলি টেঙ্গা কথা কলে। তাতে আমি তেঁওত কলোঁ আমি চোৰাঙ্গ ন হঁও, বিশ্বাসি মানুহ আমি বাৰে ভাই সকলো একে বোপাইৰে লৰা কিন্তু আমাৰ মাজৰে এটা নাই, সৰুটো ভাই কিনান দেসত বোপাইৰ লগতে আচে।

তেতিয়া সেই দেসৰ অধিকাৰে আমাত কলে বোলে, মই তইঁতক এনে হলেহে পৰমাৰ্থিক মানুহ বুলিব পাৰোঁ। জদি তইঁতে আপোনাৰ এটা ভায়েৰক মোৰ এথেত থৈ তইঁতৰ ঘৰৰ আঁকালৰ কাৰনে সহ্ লৈ গৈ তইঁতৰ সৰু ভায়েৰক মোৰ এথেলৈ আন তেহে তইঁতক চোৰাঙ্গ নো হোআ ভাল মানুহ বুজিব পাৰোঁ। পাচে তইঁতৰ ভায়েৰক তইঁতক দিম আৰু তইঁতে এই দেসত বেহা কৰিব পাৰিবিহঁক। পাচে সিইঁতে জোলোঙ্গাৰ পৰা সহ্ ৰাকিলত গাই পতি মানুহৰ জোলোঙ্গাই জোলোঙ্গাই আপোনাৰ ৰুপৰ টোপোলা থকাত সিইঁত আটাইবোৰে বাপেকে লৈতে সেই ৰুপৰ টোপোলা দেখি ভই কৰিলে। তেতিয়া সিইঁতৰ বাপেক য়াকোবে কলে, তইঁতে মোক অপুত্ৰক কৰিলি। চা য়োচেফ নাই, চিমিওন নাই, আৰু বিন্য়ামিনকো তইঁতে লৈ জাব খোজ, এইবোৰ মোলৈ হিংসাহে। তেতিয়া ৰুবেনে আপোনাৰ বাপেকত কলে, বোলে, মই জদি তোমাৰ ওচৰলৈ তাক নানোঁ তেন্তে মোৰ দুই পুত্ৰক বধ কৰিবা। তুমি মোৰ হাতত বিন্য়ামিনক গতাই দিয়া মই তোমাৰ ওচৰত তাক আকৌ আনি দিম। তেতিয়া তেঁও কলে, মোৰ পো তইঁতৰ লগত নে জাই, কিয়নো তাৰ আপোনাৰ ভায়েক মৰিলত সি অকলৈ জিয়াই আছে। তইঁত জি বাটে জা তাতে জদি ইয়াৰ কিবা হই, তেন্তে সোকতে মোৰ পকা চুলি পৰলোকলৈ পঠাবি।

পাচে দেসত অতি বৰ আঁকাল হোআত সিইঁতে মিচৰ দেসৰ পৰা জি সহ্ আনিছিলে সেই আটাই খনি খাই এঁটালত বাপেকে সিইঁতত কলে, আকৌ গৈ আমালৈ কিচু সহ্ কিনগৈ। তাতে য়িহুদাই তেঁওত কলে বোলে, সেই মানুহে আমাত দৃঢ়কৈ কলে বোলে, তইঁতৰ ভায়েৰ তইঁতৰ লগত ন হলে মোৰ মুখ দেখিবলৈ নে পাইক। এই কাৰন জদি তুমি আমাৰ লগত ভাইক পঠিওআ তেন্তে আমি তোমালৈ সহ্ কিনিবলৈ জাম, জদি ন পঠিওআহে তেন্তে আমি নে জাঁও। কিয়নো সেই মানুহে কৈছিলে, তইঁতৰ ভায়েৰ তইঁতৰ লগত ন হলে তইঁতে মোৰ মুখ দেখিবলৈও নে পাইক। তেতিয়া ইস্রাএলে কলে, তইঁতে আৰু এটা ভাই আছে বুলি, সেই মানুহৰ আগত কৈ মোলৈ এই কুকৰম কিয় কৰিলিহঁক? পাচে সিইঁতে কলে, সেই মানুহে আম... ...াৰ গিয়াতিবোৰৰ কথা ভালকৈ সুধি... ...লে, তইঁতৰ বাপেৰ এতিয়ালৈকে ...য়াই ...চে নে? আৰু আনোঁ তইঁতৰ ভায়েৰ আচে? তাতে আমিও সেই কথাৰ দৰে কলোঁহঁক, কিন্তু তইঁতৰ ভায়েৰক ইয়ালৈ আনগৈ, এনে কথা তেঁও কব বুলি, তাক আমি কেনেকৈ জানিম? পাচে য়িহুদাই আপোনাৰ বাপেক ইস্রাএলক কলে বোলে, তুমি সেই লৰাক আমাৰ লগত পঠিয়াই দিয়া। আমি উঠি জাঁও, তেহে আমি তুমি আৰু লৰাবোৰ সকলো ৰখ্যা পৰিম। মই তাৰ লগা হলোঁ, তাক মোৰ হাতৰ পৰা লবা, জদি তাক আনি তোমাৰ আগত নি দিঁও তেন্তে সেই দোস সদাই মোত হব। তেতিয়া সিইঁতৰ বাপেক ইস্রাএলে সিইঁতত কলে, জদি এনে হই তেন্তে এই কথা কৰ; তইঁতৰ আপোনাৰ জোলোঙ্গাত এই দেসৰ চিকন ফল সেই মানুহক ভেঁটিবলৈ অৰ্থাত গন্ধৰস আৰু বটন আৰু বাদাম আৰু গুগুল আৰু মৌ কিচু কিচু ন আৰু আপোনাৰ হাতত দোজোখা ৰুপ লোআ আৰু তইঁতৰ জোলোঙ্গাৰ মুখত জি ৰুপ উভতি আহিচে তাকো হাতত লৈ জাইক, কি জানি তেঁও পাহৰিচেই। আৰু তইঁতৰ ভায়েৰক লৈ উঠি আকৌ সেই মানুহৰ ওচৰলৈ জাইক। সৰ্বসক্তিমন্ত ইশ্বৰে তইঁতক সেই মানুহৰ অনুগ্ৰহ পোআ কৰোক, জেন সেই মানুহে তইঁতৰ বিন্য়ামিনকে আৰু আন ভায়েৰকে আপুনি এৰি দিএ। কিন্তু জদি মই অপুত্ৰকা হব লগা আছে, তেন্তে অপুত্ৰকা হম। ম. ল.

---

**THE ORUNUDOI,**

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T Cotter, *for the A merican Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

পঞ্চম চোঙা। মোং শিৱসাগৰ, ফেবৰুআৰি, ১৮৫০। নম্বৰ ২।

VOL. V. SIBSAGOR, ASAM, FEBRUARY, 1850. NO. 2.

## অনেক দেসৰ সম্বাদ।

General Intelligence

আন বচৰতকৈ এই বাৰ কালিত অনেক জাতৰ অধিক বেহেৰুআ নগা জোৰহাট, শিৱসাগৰলৈ আহিছে।

দখিন কালে প্ৰিন্সেচ ৰয়াল নামে এখান জাহাজ পুৰি নষ্ট হল, আৰু জাহাজৰ কাম কৰা লোকো জন চাৰেক মৰিল।

কলিকতাৰ পৰা ইংলণ্ডলৈ পঠাবলৈ ২ টা নাহৰ ফুটুকি বাঘ জাহাজলৈ নিওতে সিহঁতে থকা সজা ভাঙ্গি মুকলি হৈ পলাই গল।

কলিকতাত গাঁৱিৰ খাজনা, তোলা লোকৰ খৰচ এৰি গত বচৰত ৯০০০ টকা হৈছিল।

নেপালৰ আগৰ মহা ৰানিৰ হাতত থকা ১০,০০০০ টকাৰ নিমিত্তে তেঁওৰ দুই পুতেকে কাঁজিয়া কৰাত শ্ৰীযুত গবৰ্নৰ জেনৰল বাহাদুৰে সোধ কৰিবৰ কাৰনে তেঁও জনাই পঠাইছে।

আগৰ প্ৰধান সেনাপতি শ্ৰীযুত জেনৰল লৰ্ড গফ্ চাহাব ইংলণ্ডলৈ জাবৰ নিমিত্তে জাত্ৰা কৰি ৩ জানুআৰিত কলিকতা এৰিলে।

মগ দেসৰ আকিয়াব জিলাত ১৫ ডিচেম্বৰ ৰাতি জুই লাগি ৫০০ মান ঘৰ, গোলা আৰু ধানাই সৈতে পুৰিলে। কেঁয়াবিলাকৰ অনেক লোকচান হল।

লাহোৰ ক্ৰনিকল নামেৰে এটা ইংৰাজি সমাচাৰ পত্ৰ লাহোৰ নগৰত চাপিবলৈ ধৰিছে।

৭ ডিচেম্বৰৰ লণ্ডনৰ ডাক জানুআৰি ২২ তাৰিখে কলিকতা পালেহি।

পাৰ্চি মৰ্ত্তাণ্ড নামে এখান জাহাজ বম্বাইত থাকোতে দু বেলি জুই লাগিছিল, কিন্তু বহু মুমেৰেহে এৰুআলে। কোনোৱাই লগাই দিছিল বুলি জানিছে।

ইংলণ্ডলৈ নিবৰ নিমিত্তে বম্বাইত মাৰ্ত্তমৌত নামেৰে এখান জাহাজত ধুনা এঁঠা, তেল, কপাহ ভৰা দিছিল, কিন্তু কোনোৱা দুষ্ট লোকে জানুআৰি ৭ তাৰিখে জুই লগাই পুৰিলে। সেই নগৰতে ৮ বচৰৰ ভিতৰত দুষ্ট লোকে এই ৰূপে ৯ খান জাহাজ পুৰিলে, তাৰ লোকচানি দাম ২,৫০,০০০ আৰ্হৈ লাখতকৈ অধিক হল। কলিকতাত, মান্দ্ৰাজত সেই ৰূপে জাহাজবিলাক নো পোৰে।

গবৰ্নমেণ্টৰ পৰা বম্বাই নগৰৰ মানুহ পিয়ল কৰালত তলত লিখাৰ সমান পালে।

| | |
|---|---|
| ইউৰপিয়া . . . . . . . | ৭,০৮৮ |
| ইষ্ট ইণ্ডিয়ান অৰ্থাত বাপেক ইংৰাজি মাক এই দেসিয়া | ১,৩৩৮ |
| ব্ৰাহ্মন . . . . . . . . | ৬,৯৩৬ |
| হিন্দু . . . . . . . | ২,৮৯,৯৯৫ |
| মচলমান . . . . . . | ১,২৪,১৫৫ |
| পাৰ্চি . . . . . . | ১,১৪,৬৯৮ |
| আন বাহিৰ লোক . . . | ২১,৯০৯ |
| | ৫,৬৬,১১৯ |

ইংলণ্ডৰ চতুৰ্থ উলিয়ম মহা ৰজাৰ আদিলেদ নামেৰে ৰাজ মহিসি, ২ ডিচেম্বৰৰ ৰাতি ২ বজাৰ সময়ত ম্ৰিত্যু হল। তেঁও অতি দানি আৰু দায়ালু আছিল দেখি সকলো মানুহে তেঁওক প্ৰেম প্ৰিতি কৰিছিল, এতিয়া ম্ৰিত্যু হোআতো সকলোএ বেজাৰ লোক পালে। তেঁওৰ বয়স ৫৭ বচৰ হৈছিল।

ইংলণ্ডৰ প্ৰধান বেঙ্ক আৰ্থাত জতে মানুহে

ৰূপ থলেই সুত লই, আৰু আটাৰে সুত দি ধাৰ কৰিব পাৰে, এনে বেঙ্ক গোলা ঘৰত ডিচেম্বৰ মাহত ১৭,০০,০০,০০০ সতেৰ কোটি মান ৰূপ আছিল।

কলিকতাত কম্পানি বাহাদুৰে দুখিয়া মানুহৰ উপকাৰৰ নিমিত্তে "গবৰ্নমেণ্ট চেবিংচ বেঙ্ক" নামেৰে এটা বেঙ্ক পাতিচে, তাত জি ৰূপ থই বচেৰেকত ১০০ টকাত ৫ টকাকৈ সুত পাই, কিন্তু এটকাতকৈ কম, বা পাচ ৫০০ সতকৈ অধিক ৰূপ তাত থব নোআৰে। আন বেঙ্কত হলে ইমান তাকৰ ৰূপ ন লই। অচম দেসৰ মানুহে ৰূপ মাটিত পুতি থোআতকৈ সেই ৰূপে সুত লৈ বৰ্হোআটো ভাল। এক সমাচাৰ পত্ৰত লিখিচে, সেই বেঙ্কত জানুআৰি মাহত ২৫,০০,০০০ পঁচিচ লাখ মান ৰূপ আছিল।

লিবৰপুলৰ পৰা নুয়ৰ্কলৈ জাত্ৰি নিয়া জাহাজত কিবা বিচাৰোঁতে, পিপাৰ ভিতৰত লোমাই থকা তিনি জনি তিৰি লোক পালে, আৰু দুই হাত দিঘল এক হাত বহল এনে চন্দুক এটাৰ ভিতৰতো লুকাই থকা মানুহ এটা পালে। চন্দুক ভাজি তাক উলিয়ালে, কিন্তু ইমান ঠেক ঠাইত চেপা খাই আছিল দেখি এধা মৰা হৈছিল, আৰু জদি অলপ বেলি থকা হলে সি মৰিলহেঁতেন।

ইংলণ্ডৰ কিঙ্কৰেত গাঁৱৰ এটা লৰা আন এখন গাঁৱৰ পৰা আহোঁতে বাটৰ মাজতে সি বাট দেখিব নোঅৰাকৈ হিম পৰিবলৈ ধৰিলে, তাতে সি হিমৰ ওপৰত খোজ কাঢ়ি কাঢ়ি ভাগৰ লাগিল, আৰু বাটো হেৰুআই জাৰতে ঠেৰেঙা হৈ মৰিল।

সেই নগৰতে বিত্যাৰ্দচন নামেৰে এজন মানুহৰ, লি নামে এটা কমাৰে কিচু মান ৰূপ দিব লগা আছিল। এদিন বিত্যাৰ্দচন গৈ লি কমাৰত ধাৰ সাধি কিবা কটু কথা কোআত লিএ তপত লো এডাল লৈ তাৰ তল পেটত খোঁচ মাৰি দিলত সি বেগতে মৰিল।

মেনচেষ্টৰ নগৰত পাত্ৰিক জচেক কুনাকৰ নামে এক মানুহৰ তিৰোতা আৰু এটি লৰা মাউৰত মৰিল দেখি, তাৰ মৰত লিইকৰ নিমিত্তে বৰ সিওকল পোআত আপুনি বাতুল হল, তাতে ... থাকা জি দুটি লৰা আছিল সিইতক কাটি বধিলে, পাচে আপুনিও আপোন ঘাতি হম বুলি কটাৰিৰে ডিঙিত কাটিছিল, কিন্তু ন মৰিল।

ইংলণ্ডৰ বিগাৰ গাঁৱত স' মাটি খানোঁতে গাঁতৰ ভিতৰত ২০।৩০ মান মানুহ আছিল, এনেতে বিসম বায়ু তাৰ ভিতৰত গোট খাই থকাত অকস্মাত তাত জুই লাগিল। তাতে সকলোবোৰে গাঁতৰ মুখলৈ লৰ ধৰি গৈ জি পাচিত লোমাই সিইত অহা জোআ কৰে, তাতে তিনি চাৰি জন উঠি ওপৰলৈ জাওঁতে এটা ডেকা মানুহেও আৰৰ নিমিত্তে জাঁপ মাৰি পাচিত উঠিবলৈ ধৰিলে, তাকে তলত থকা মানুহে তাক বাধিবৰ নিমিত্তে তললৈ টানিলে; এই সবে পাচি ওপৰলৈ ফুলি নিয়াত, সেই ডেকা মানুহৰ মুৰটো পাচিত পালে, আৰু গাঁৰি তোখৰ হাত তৰি জলা হৈ গাঁতৰ তললৈ পৰিল। সেই জুইতে জন চাৰেক এখা পোৰা হল।

এটা বাগ মাটি খনা গাঁতৰ মাজি, জুটা লৰাই খেমালি কৰিবলৈ ইচা কৰি, এটাই সিটক পাচিত ফুলি জৰিত ধৰি নমাই দিওতে কেনেবাকৈ সি বাগৰি পৰিল, তাতে তাৰ সহাই হবৰ নিমিত্তে গাঁতলৈ আৰও মানুহ এটা নামিছিল, কিন্তু বিসম বায়ুএ পাই হাক্ষকে মাৰিলে।

---

## য়োচেফৰ বিবৰন।

History of Joseph—Continued.

জানুআৰি মাহৰ অৰুনোদইত য়োচেফৰ বিবৰন জি চ'পা হৈছিল, তাৰ পাচৰে কথা এই অৰুনোদইতো চাপা হৈচে।

তেতিয়া য়াকোবৰ পুত্ৰবিলাকে ভোটৰ বস্তু আৰু দোজোখা ৰূপ আৰু বিন্যামিনক লগত লৈ উঠি মিচৰলৈ গৈ য়োচেফৰ আগত থিয় হল। তেতিয়া য়োচেফে সিইতৰ লগত বিন্যামিনক দেখি, আপোনাৰ ঘৰ গিৰিতে কলে, এই মানুহবোৰক আমাৰ ঘৰলৈ লৈ জা।

আৰু পহু মাৰি খোআ বস্তু যুগুত কৰ, ইহঁতে দুপৰিয়া মোৰে সৈতে ভোজন কৰিব। তাতে সেই মানুহে য়োচেফৰ আগ্যাৰ দৰেহে সিহঁতক য়োচেফৰ ঘৰলৈ লৈ গল। কিন্তু য়োচেফৰ ঘৰলৈ সিহঁতক নিলত সিহঁতৰ ভই লাগি কোআ কুই কৰিলে বোলে, আগেয় আমাৰ জোলোঙ্গাত জি ৰূপ উভতি গৈচিল তাৰ কাৰনে আমাক ইয়ালৈ আনিচে। এতিয়া তেঁও আমাৰ অহিতে দাই বিচাৰিচে, আৰু আমাক বলেৰে ধৰি আমাৰ গধিবোৰ চপাই লৈ আমাকো বন্দি কৰলৈ বাধিব।

তেতিয়া সিহঁতে য়োচেফৰ ঘৰ গিৰিৰ ওচৰলৈ গৈ দুআৰ মুখত থাকি তাৰে সৈতে কথা বাৰ্ত্তা হৈ কলে, হে দেও, আমি প্ৰথম বেলি শস্য কিনিবলৈ আহিচিলোঁ কিন্তু অথিতি থকা ঘৰ পাই আপোনাৰ জোলোঙ্গা মেলি, জোলোঙ্গাৰ মুখত মানুহটে পতি লেখৰ ৰূপ পালোঁ, তাক আমি হাতত লৈ আহিচোঁ আৰু শস্য কিনিবলৈকো ৰূপ আনিচোঁ। কিন্তু সেই ৰূপ আমাৰ জোলোঙ্গাত কোনে থৈচিলে তাক আমি বুজ নে পাঁও। তেতিয়া তেঁও কলে, তোমোলাকৰ কুসল হওক, ভই ন কৰিবা, তোমোলাকৰ ইশ্বৰে আৰু তোমোলাকৰ পিত্ৰিবোৰৰ ইশ্বৰে তোমোলাকৰ জোলোঙ্গাত গুপুতে ধন দিচে, তোমোলাকৰ ৰূপ আমাৰ লগত আচিল। পাচে তেঁও চিমিওনক সিহঁতৰ লগলৈ আনিলে আৰু সেই মানুহে সিহঁতক য়োচেফৰ ঘৰৰ ভিতৰলৈ নি পানি দিলে তাতে সিহঁতে ভৰি ধুলে আৰু তেঁও সিহঁতৰ গাধক আহাৰ দিলে। আৰু দুপৰৰ আগেএ য়োচেফে অহাৰ বেলিত ভেঁটি জো কৰিলে, কিয়নো ইয়াতে আমাক ভাত খুআব, এই কথা সিহঁতে সুনিচিল। য়োচেফ ঘৰলৈ আহিলত সিহঁতে হাতত থকা ভেঁটি সেই ঘৰত থৈ তেঁওক মাটিত পৰি প্ৰনাম কৰিলে। তেতিয়া তেঁও সিহঁতত মঙ্গল সুধিলে বোলে, উঁহতৰ জি বুঢা বাপেৰৰ কথা কৈচিলি, তেঁও এতিয়ালৈকে ভালে জিয়াই আছে নে? সিহঁতে কলে তোমাৰ বন্দি আমাৰ বোপাই এতিয়ালৈকে জিয়াই ভালে আছে। পাচে সিহঁতে পৰি প্ৰনাম কৰিলে। তেতিয়া তেঁও চাই আপোনাৰ মাকৰ পুতেক বিন্য়ামিনক দেখি কলে, তহঁতৰ জি সৰু ভায়েৰৰ কথা কৈচিলি সেইটো এই নে? পাচে তেঁও বুলিলে, হে মোৰ বোপাই, ইশ্বৰে তোমালৈ অনুগ্ৰহ কৰোক। তেতিয়া য়োচেফৰ মনত মৰম হোআত তেঁও বিয়াকুল হৈ কান্দিবলৈ ঠাই বিচাৰি বেগতে আপোনাৰ খোটালিত সোমাই কান্দিলেগৈ। পাচে তেঁও মুখ ধুই বাহিৰলৈ আহি মন থিৰকৈ ভাত বাহিৰিবলৈ আগ্যা দিলে; তাতে সিহঁতে তেঁওৰ আপোনালৈ আৰু তেঁওৰ ভায়েকবিলাকলৈ, আৰু তেঁওৰ ঘৰৰ খাওতা মিচৰিয়াবিলাকলৈ বেলেগ বেলেগকৈ বাহিৰিলে। কিয়নো ইব্ৰিবিলাকে সৈতে খোআ বোআ মিচৰিয়াবোৰৰ বিতি নাই কিচিল, কিন্তু মিচৰিয়াবোৰে ঘিন কৰিচিল। পাচে তেঁওৰ আপোনাৰ আগতে সিহঁতৰ বৰটকে আদি কৰি মাৰে মানে সৰুটলৈকে সিহঁতে বহুআলে। তাতে সিহঁতে ইটে সিটে আচৰিত মানিলে। আৰু তেঁও আপোনাৰ আগত থকা খোআ বস্তু নি সিহঁতক দিলে, কিন্তু সিহঁতৰ ভাগতকৈও বিন্য়ামিনৰ ভাগ পাঁচ গুনে সৰহ। তেতিয়া সিহঁতে খাই পি তেঁওৰে সৈতে আনন্দ কৰিলে।

তাৰ পাচে তেঁও আপোনাৰ ঘৰ গিৰিক আগ্যা দিলে বোলে, এই মানুহবোৰৰ জোলোঙ্গাত জিমান শস্য ধৰে সিমান পুৰকৈ দেগৈ, আৰু সিহঁতৰ গাই পতি ৰূপ সিহঁতৰ জোলোঙ্গাৰ মুখত থৰি; আৰু সৰুটৰ জোলোঙ্গাৰ মুখত সি শস্য কিনিবলৈ অনা ৰূপে সৈতে মোৰ ৰূপৰ বাটি থবি, তাতে য়োচেফে আগ্যা দিয়াৰ দৰেহেই সি কৰিলে। পাচে ৰাতি পুআলত সিহঁতক গাধই সৈতে বিদাই দিলত নগৰৰ পৰা সৰহ দুৰ নৌ জাওতেই য়োচেফে আপোনাৰ ঘৰ গিৰিত কলে, তই উঠি সেই মানুহৰ পাচত লৰি গৈ সিহঁতক ধৰি কবি, তোমোলাকে উপকাৰৰ সলনি কিয় অপকাৰ বিলাইক, মোৰ ভাণ্ডৰিয়াই জিহত খাই এনে ৰূপৰ বাটিকে আনিলা; এই কৰম কৰিলত

তোমোলাক জগৰিয়া হৈচো। পাচে সি সিইঁতক ধৰি এই দৰে কথা কলত সিইঁতে কলে, বোলে, আমাক অধিকাৰে কিয় এনে কথা বোলে? তোমাৰ বন্দিইঁতক ইশ্বৰে এনে কৰম ন কৰাওক। চাওক, গাই পতি টোপোলাৰ মুখত আগেএ জি ৰুপ পাইচিলোঁইক তাকো কিনান দেসৰ পৰা আকও তোমাৰ কোসৰলৈ আনিচিলোঁহে, তেন্তে কেনেকৈ আপোনাৰ অধিকাৰৰ ঘৰৰ পৰা সোন বা ৰুপ চুৰ কৰিম? তোমাৰ বন্দিবোৰৰ মাজত জাৰে হাতত তাক পাই সেয়ে মৰোক আৰু আমিও অধিকাৰৰ বন্দি হম। তেতিয়া তেঁও কলে, বাৰু, তোমোলাকৰ কথাৰ দৰেই হওক; জাৰে হাতত তাক পাঁও সি মোৰ বন্দি হব, কিন্তু আনবোৰৰ গাত একো জগৰ নাই। তেতিয়া সিইঁতে বেগতে মাটিলৈ জোলোঙ্গা নমাই গাই পতি আপোনাৰ আপোনাৰ টোপোলা মেলিবলৈ ধৰিলে। তাতে তেঁও বৰটৰে পৰা সৰুটৈলৈকে জোলোঙ্গা মেলি চাই বিন্‌য়ামিনৰ জোলোঙ্গাত সেই বাটি পালেগৈ। তেতিয়া সিইঁতে গাই পতি কাপৰ ফালি আপোনাৰ আপোনাৰ গাধত ভৰা দি আকও নগৰলৈ আহিল। পাচে য়িহুদা আৰু তেঁওৰ ভায়েকইঁত য়োচেফৰ ঘৰলৈ আকও আহিল কিয়নো তেঁও তেতিয়ালৈকে তাতে আচিল। সিইঁতে তেঁওৰ আগত মাটিত পৰি প্ৰনাম কৰিলে। তেতিয়া য়োচেফে সিইঁতত কলে, তইঁতে এইটো কেনে কৰম কৰিলিইঁক। এনেকুআ মানুহ জে মই তাক ঠিককৈ মঙ্গল চাব পাৰোঁ বুলি তইঁতে নে জান নে? তেতিয়া য়িহুদাই কলে, আমি প্ৰভুৰ আগত কি উত্তৰ কৰিম, আৰু কি কথা কম নাইবা আমাৰ কি ৰুপে দোস নাইকিয়া কৰিম? ইশ্বৰে তোমাৰ বন্দিবোৰৰ দুষ্ট কৰম প্ৰকাস কৰিচে চাওক, আমি আৰু জাৰ হাতত বাটি পাইচে, সেই আটাইবোৰ প্ৰভুৰ বন্দি হলোঁ। তাতে তেঁও কলে এনে কৰম ইশ্বৰে ন কৰাওক, জাৰ হাতত বাটি পোআ হৈচে সেইটোএই মোৰ বন্দি হব, কিন্তু তোমোলাক কুসলে বাপেৰৰ ওচৰলৈ জোআইক। তেতিয়া য়িহুদাই ওচৰলৈ গৈ কলে, হে প্ৰভু, আপুনি ফাৰৌৰ নিচিনা জদি এই বন্দিবোৰলৈ খঙ্গ নুঠে তেন্তে প্ৰভুক কিচু নিবেদন কৰোঁ। তইঁতৰ বাপেৰ আৰু ভায়েৰ আচে নে ইয়াক প্ৰভুএ এই বন্দিবোৰত সুধিচিলে; তাতে আমি প্ৰভুক কলোঁ আমাৰ বোপাই আচে তেঁও বুৰা আৰু তেঁওৰ বুৰা বয়সত হোআ এটা সৰু লৰা আচে তাৰ ভায়েক মৰিল, সেয়েহে তাৰ মাকৰ লৰা আচে এই কাৰন তাৰ বাপেকে মৰম কৰে। পাচে আপুনি বন্দিইঁতত কলে, তইঁতে তাক মোৰ ওচৰলৈ আন গৈ মই তাক চাম। তেতিয়া আমি প্ৰভুক কলোঁ, সেই লৰাই বোপাইক এৰিব নোআৰে, কিয়নো সি বোপাইক এৰি আহিলেই বোপাই মৰিব। তাতে আপুনি এই বন্দিবোৰত কলে, তইঁতৰ লগত সৰু ভায়েৰ নাহিলে, তইঁতে আৰু মোৰ মুখ দেখিবলৈ নে পাইঁক। পাচে আপোনাৰ এই বন্দিইঁত বোপাইৰ ওচৰলৈ গৈ তেঁওক প্ৰভুৰ এই সকলো কলত বোপায়ে আমাত কলে, আকও গৈ আমালৈ কিচু সহ কিনগৈ তাতে আমি কলোঁ জাব নোআৰোঁইক, জদি সৰু ভাই আমিএ সৈতে জাই তেন্তে জাব পাৰোঁ, কিয়নো সৰু ভাই লগত ন হলে, আমি সেই মানুহৰ মুখকে নে দেখোঁ। তেতিয়া তোমাৰ বন্দি মোৰ বোপায়ে আমাত কলে, মোৰ সেই জনি তিৰোতাৰ দুটা লৰাহে হল, তাক তইঁতেই জান। তাৰে এটা গলত মই কলোঁ সি তোখৰ তোখৰ হৈ চিগিল, আৰু তেতিয়াৰে পৰা মই তাক দেখিবলৈ নে পালোঁ। এতিয়া মোৰ ওচৰৰ পৰা ইয়াক লৈ গলে জদি ইয়াৰো কিবা অপাই হই, তেন্তে তইঁতে সোকতে মোৰ এই পকা চুলি পৰ লোকলৈ পঠাবিইঁক। এই কাৰন তোমাৰ বন্দি জি আমাৰ বোপাই তেঁওৰ ওচৰলৈ আমি জোআত আমাৰ লগত জদি তেঁও এই লৰাক নে দেখে, তেন্তে তেঁও বেগতে মৰিব, কিয়নো তেঁওৰ দেহ এই লৰাৰ দেহে সৈতে বান্ধি থৈচে। তাতে তোমাৰ বন্দিইঁতে তোমাৰ বন্দি আমাৰ বোপাইৰ সোকতে পকা

চুলি পৰ লোকৈল পঠামইক, কিয়নো তোমাৰ বন্দি মই আপোনাৰ বোপাইৰ আগত এই নবাৰ লগা হৈ কৈচিলোঁ, মই জদি তাক তোমাৰ ওচৰলৈ নানোঁ, তেন্তে বোপাইৰ আগত সদাই দুসি হম। এই কাৰন জনাও, এই নবাৰ সলনি প্ৰভুৰ এখেত মই বন্দি হৈ থাকোঁ। কিন্তু নবাক ভায়েকইতে সৈতে বিদাই দিঔক, কিয়নো এই নবা আমাৰে সৈতে ন গলে আমি কেনেকৈ বোপাইৰ ওচৰত ওলামগৈ, আৰু কি-অপাই বোপাইৰ হব তাক নো কেনেকৈ চাম!



## নেগুৰ বজোৱা সাপ।

The Rattle-Snake.

এই অতি ডাইল সাপ আমেৰিকা দেসত অনেক আচে, তাৰ মুৰটো চেপেটা, বহল তিনি চুকিয়া আক্ৰিতি দেখা জাই; চকু ৰবকৈ জলে, মুখ বহল জিবাৰ আগ দুঠলিয়া, গা কিচু সকত আৰু বাকলি থাকে, নেগুৰ চুঁটি, আগ ভোখৰত ঘঁট থাকে, বচৰি এটা এটা ঘঁট বাৰ্হি জাই। জেতিয়া তাৰ নেগুৰ লৰে, তেতিয়া সেই ঘঁটবোৰ বাজিবলৈ ধৰে, তাৰ বিসৰ দাঁত দুটা ওপৰ দাঁতৰ আলুতে লুকাই থাকে, জেতিয়া সি কামোৰ মাৰে তেতিয়াহে সেই দুটা দাঁত ওলাই, আৰু জদি কিবা কামুৰিব খোজোঁতে ধৰ উঠে, তেতিয়া কামোৰ নো মাৰোঁতেই আগেএ নেগুৰ বজাই, পাচেহে কামোৰ মাৰে, আৰু কামুৰিলেও ৰৰ বিস মানুহ বেগতে মৰে। সি বেগাই জাব নোআৰে, জদি তাৰ মুৰত ধৰে, তেও আন সাপৰ নিচিনাকৈ নেগুৰ দাঙি হাতত মেৰাব নোআৰে। নেগুৰ বজোৱা সাপৰ ৩।৪ বিধ আচে, এবিধ ৬।৭ হাত দিঘল, এবিধ ৩।৪ হাত দিঘল। কেতিয়াবা তিনি চাৰি কুৰিকৈ সেই সাপ ধৰি লোৰ সন্নাত সুমাই থই। জি জি ঠাইত এনে সাপ পোআ নে জাই, সেই সেই গাঁও বা নগৰত ফুৰি মানুহবোৰক দেখাই ধন লই। আমেৰিকা দেসত আমি এবেলি এক সন্নাৰ ভিতৰত থকা এনে সাপ ১০০ দেখিলোঁ। লণ্ডন নগৰলৈকো তেনে সাপ একনি তাইৰ ১৯ টা পোআলিএ সৈতে নি আৰ্চিৰ চন্দুকত তৰাই এজুৰ কুকুৰা আদি খুআই ৰাখিচিল। সেই সাপবোৰৰ নকচা ওপৰত লিখা আচে।

তাৰ পিঠিৰ ৰবন হালধিয়া আৰু কলা, পেটৰ ফাল সিহঁৰ ৰবনৰ নিচিনা। মতা মাইকি দেখিলেই চিন পাই, কিয়নো মতাটিৰ মুৰ মাইকিতকৈ সৰু, দিঘল, আৰু মুৰতে কলা মখমলৰ নিচিনা এটা ফোঁট থাকে।



## মৰিচ আৰু জেনেবিৱৰ কথা।

Maurice and Genevieve

ফ্ৰাঞ্চ দেসত এজনি তিৰোতাৰ গৰ্ভত একে দিনে ওপজা মৰিচ আৰু জেনেবিৱ নামেৰে দুটি ভাই ভনি আছিল, আৰু এখান গাঁৰি উলটি পৰি সিহঁতৰ বাপেকক জেতিয়াই মাৰিলে; পাচে মাকৰ মন অতি বিয়াকুল হৈ তিন দিনৰ মুৰত স্বামিৰ সোকত তাইও মৰিলত বাপেক মাক দুইৰো স একে মৈদামতে থলেনি। সেই মাউৰা ভাই ভনি হালৈ চুবুৰিয়াবিলাকৰ দায়া লাগি প্ৰতিপাল কৰি আপোনাৰ লগত পথাৰত অলপ অলপ কামো কৰাইচিল। এদিন ধান দাঁওতে অকস্মাতে বজ্ৰপাত পৰিলত মৰিচ মাটিতে দিঘল হৈ পৰি ঠৰ হল, আৰু সকলোএ মৰিল বুলি জানিলে; কিন্তু অলপ মানৰ পাচতে গিয়ান পালে, তথাপি ভৰিত বৰ দুখ পোআৰ নিমিত্তে দুয়ো ঠেং নিৰ্বলি হলত থিয় হৈ এখোজো কাৰ্হিব নোআৰিলে। তাৰ ভনিএকে ৰনৰ পৰা জেতিয়াই আহৰি পাই তেতিয়াই ভায়েকৰ উপকাৰ কৰেহি, আৰু বিস্ৰাম দিনত গিৰ্জা ঘৰলৈ আৰু বৰ দিনত ফুৰি খেমালি কৰা মুকলি ঠাইলৈ টানি নিবৰ কাৰনে দুয়ো ধৰি এখান সৰু গাঁৰি সাজিলে, পাচে সি হলত তাতে ভায়েকক তুলি জেনেবিৱে টানি লৈ ফুৰাইচিল, সেই ৰূপে তাইৰ মৰম গিয়ান দেখি গাঁৱৰ সকলোএ তাইক প্ৰসংসা কৰিলে।

এদিন এটা বুৰা ৰনুআ মানুহে সিহঁতক দেখি কলে, বোলে, ময়ো এবেলি ৰনত বৰ ঘুনিয়া হৈছিলোঁ, কিন্তু সাগৰত কেবা বাৰো স্নান কৰিলত ৰক্ষ হলোঁ, আৰু জদি মৰিচেও সেই ৰূপে স্নান কৰিব পৰা হলে সিও ভাল হলহেঁতেন। এই কথা শুনি সাগৰলৈ বাট ২৫০ মাইল দুৰ হোআতো ভায়েকক তালৈ নিবৰ নিমিত্তে জেনেবিৱে একে বাৰেই মন থিৰ কৰিলে; আৰু খৰচৰ কথা কলত হাই বুলিলে, সোনৰ ৫ মোহৰ দৰ্হাৰ পৰা মই সাঁচি থৈছোঁ। জেতিয়া বাটৰ সুখ আৰু দুখৰ কথা শুনিলে তেতিয়া তাই বুলিলে, আমাৰ আই বোপাই কোনো নাই, কেৱল মাউৰা ভাই ভনি হালি আচোঁ, দুয়ো একে বাৰে ওপজাও একে বাৰে মৰোঁ। পাচে সেই সৰু গাঁৰিৰ ওপৰত এখান কাপৰ দি চাই ইমান দুৰ বাটলৈ সেই প্ৰিয় ছোআলিএ আপোনাৰ ভায়েকক টানি নিলে, তাক শুনুতেই বিস্মই, কিন্তু বাটত বৰ দুখ ভাগৰ পাইচিল তথাপি বাটৰুআ আৰু গাৱলিয়াবিলাকে তাইৰ চেনেহ প্ৰিতি দেখি সিহঁতক আদৰেৰে ৰাখি ৰাখি খুআই পিয়াই পঠাইচিল। লাহে লাহে জেতিয়া সাগৰৰ স্নান কৰা ঠাই পালেগৈ, তেতিয়া সেই ঠাইৰ অধিকাৰে সিহঁতক চাই আটাইতকৈ গিয়ানি উত্তম দুই জন বেজৰ হাতত মৰিচক দিলেনি; পাচে ক্ৰমে ক্ৰমে ভৰিত সক্তি পাই পূৰ্বৰ দৰেৰে সি ৰক্ষ হল।

এনে সুন্দৰ চেনেহ প্ৰিতিৰ কথা শুনি, অতিসই দায়া লাগি তাত থকা মেম চাহাৱবিলাকে সোনৰ ৫০ মোহৰ পচা তুলি তাইক দিলে, আৰু এখান ৰথত তুলি সিহঁতক আপোনাৰ গাৱলৈ পঠাই দিলে, কিন্তু মৰিচে উঠি জোআ আগৰ জি সৰু গাঁৰি তাকো সেই ৰথতে



এবিধ কেমতাই পহুব নকচা।

The short-tailed Manis.

তুলি আনিলে; পাচে শনিবাবৰ দিনা গধুলি আপোনাৰ গাঁও পাই পাচ দিনা মৰিচে তনিএকক তাব সেই সৰু গাঁবিত তুলি, জেনেকৈ তাই আগেএ তাক গির্জা ঘবলৈ নিচিল, সেই ৰুপে তেতিয়া সিও লৈ ফুৰাইচিল, আৰু গাঁৱলিয়া সকলোএ দেখি বৰ বস পাই, ফুল আদি তাইৰ ওপৰত চটিয়াই অতিশই ৰুপে তাইক প্ৰশংসা কৰিলে।

---

## প্লাঙ্কচ আৰু তেঁওব দাস সকলব কথা।

Plancus and his Slaves.

জেতিয়া অক্তাবিঅচ, লেপিচদ, আৰু আন্তনিয়চে বোম বাজ্যত প্ৰধান শক্তি পাইচিল, প্লাঙ্কচো সিবিলাকব মাজব প্ৰধান শক্তি পোআ একজন লোক আচিল। কোনো কথাব কাৰনে তেঁও পলোআত তেঁওক নে পাই, তেঁওব দাস সকলক ধৰি শাস্তি দিবলৈ ধৰি সুধিলে, বোলে, প্লাঙ্কচো কত আচে, আমাক দেখাই দে। তাতে সিবিলাকক আপোনাৰ মুনিবক দেখাই দিবলৈ দাস সকলে আসৈ কৰাত, সিইতক আৰুও নতুন মতে অন্য প্ৰকাৰে জন্ত্ৰনা দিবলৈ উপাই কৰাত, প্লাঙ্কচে আপোনাৰ ইমান বিশ্বাসি বন্দি সকল জে নষ্ট হব, ইয়াকে দেখি সিইতলৈ মৰম লাগি আপোনাক আৰু বথ্যা কৰিব মু খুজি, লুকুআ ঠাইৰ পৰা ওলাই আহি, তেঁওক ধৰিবলৈ জোআ লোকৰ তৰোআলৰ আগত আপোনাক কাটিবলৈ দিলেহি, তাতে প্লাঙ্কচব অপবাধ খেমা কৰা হল। দেখা, এয়ে কেনে এক হিত দ্ৰিষ্টান্তৰ স্থল হৈচে। কৰ্তা আৰু চাকব, এই উভয়ব মাজত ইজনে সিজনে কেনে মৰমিয়াল আচিল। প্ৰিথিবিৰ আটাই লোকে ইয়াকে কওক, জে প্লাঙ্কচে আপোনাৰ এনে উত্তম দাস সকলৈলৈ জোগ্য লোক আচিল, আৰু দাস সকল এনে উত্তম কৰ্তালৈ অতি জোগ্য লোক আচিল।





## সিকোআ চাগলিৰ কথা।

The trained Goat.

চাগলিৰ ভৰিৰ খোপনি অতি সৰুত টান, হঠাত নি পিচলে, নিচেই আটক সৰু ঠাইতো খোজ দি থাকিব পাৰে। কেতিয়াবা কোনো সৰপা মানুহে বৰং কৰিবলৈ মন ন কৰে, ধন পাবৰ আশাৰে চাগলি আৰু আন আন জন্তুকো কিবা কিবি সিকাই গাঁৱে গাঁৱে লৈ ফুৰাই।

ডিচেম্বৰ মাহত সিবসাগৰলৈ জন চেৰেক এনে মানুহে সেই ৰূপে ভালুক, বান্দৰ, আৰু এটা চাগলি লৈ আহিছিল, সেই জন্তু তিনটাই সিহঁতৰ কথা মানি, খঙ উঠিলেও সিহঁতক নে কামোৰে এই দৰে সিকাইছিল, ভালুকটৰ মুখত এডাল জৰি লগাই ধৰি থাকে, কেতিয়া গৰাকিটে তাত কোনো কথা কই সি পাচ ঠেঙ্গ দুটাৰে মাটিত থিৰ হৈ তাৰে সৈতে যুজ কৰে। আৰু বান্দৰটক এডোখৰ সৰু কাঠত বহুআই, তেতিয়া বান্দৰে তাৰ কানৰ ওচৰলৈ মুখ নিয়াত সি বোলে, বাৰু, চিপাহিক টুপি, কুৰ্ত্তি, ঢাল, তৰোআল লাগে; ইয়াকে কৈ টুপি চোলা পিন্ধাই, ঢাল তৰোআল দি সৰ্ম্মহা পাৰি বুলি কৈ দিএ, তাতে সি চাগলিটৰ পিঠিত উঠি ঘুৰি ফুৰি পাচে মাটিলৈ পৰি মৰাৰ ভেস ধৰে, তেতিয়া তাৰ গৰাকিটে মুখত টিপা মাৰি দিএ তেতিয়াহে উঠে। আৰু চাগলিটে তোলত ধৰিলেই আহি মাটিত আঠু পাৰি মানুহক নমস্কাৰ কৰেহি, পাচে সৰু কাঠ এডোখৰ সি মাটিত থুআই ধৰি থাকে, তাতে চাগলিটে চাৰিওটা ভৰি থুপি উঠে পাচে আৰুও এডোখৰ তাৰ ওপৰতে দিএ, তেতিয়া চাগলিটে আৰুও তাৰ ওপৰলৈ উঠে, এই ৰূপে ৪।৫ ডোখৰ মান দিয়াত তালে থনি ওথ হই। কেনেকৈ কাঠৰ ওপৰত ঠোলা চাগলিৰ এটাৰ নকচা ওপৰত লিখা আচে।

## ডাৰি কোআ।

A cunning Answer.

এজনা পণ্ডিতে এটা ডাৰি কোআক কলে, বোলে, হে ভাগ্যৱন্ত, তুমি সদাই ভাওনাকে কৰি থাকা নে? কিচু তপ জপো কৰা, জিহেৰে তুমি পৰকালত নৰকৰ জাতনাৰ পৰা হাত সাৰিবা। ভাওকে বুলিলে, বোলে, ভাল, সিও এক প্ৰকাৰ ভাওনাইহে।



এই অৰুনোদই সিয়ান ভতাৰ মোং সিবসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাতে চাপা কৰা হৈচে। আগিতে দিলে বচৰত দাম এটকা, বচৰৰ মূৰত দিলে ১॥ টকা।

THE ORUNUDOI,

*A monthly Paper, devoted to Religion Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price, one Rupee advance, or one and a half at the end of the year.*

# অৰুনোদই সম্বাদ পত্ৰ।

পঞ্চম চোঙা। মোং সিৱসাগৰ, মাৰ্চ, ১৮৫০ খ্রিষ্ট অং সংক। নম্বৰ ৩।

VOL. V. SIBSAGOR, ASAM, MARCH, 1850. NO. 3.



## ইগুআনাৰ বিবৰন।

**The Iguana.**

ইগুআনা নামে এবিধ জন্তু, তাৰ অনেক জাত আচে, প্ৰাই ডেৰ স মান হব। অচম দেশত গুঁই বুলি তাৰে এজাত আচে। তাৰ মঙ্গহ ঠায়ে ঠায়ে লোকবিলাকে খাই। আমেৰিকাৰ মাজ দেশত জি বিধ ইগুআনা থাকে, তাৰ নকচা ওপৰত লিখা আচে। আগৰ কালত দখিন আমেৰিকা আৰু তাৰ ওচৰৰ মাজুলিতো বহু পোআ গৈচিল; এতিয়া মানুহে খোআত তাকৰ হৈ গৈচে। তাৰ দিঘলে প্ৰাই ৩ হাত; গা ডেৰ হাত নেগুৰেই ডেৰ হাত। জেতিয়া তাৰ খঙ উটে, তেতিয়া তাৰ পিঠিৰ কাঁইটবোৰ সিয়ৰি পৰে, তাৰ টোঁটোলা বৰকৈ ফিকে, নেগুৰ আচাৰিবলৈ ধৰে, আৰু চকু দুই জেন ৰঙা হই, দেখিবলৈ ভয়ঙ্কৰ; তথাপি অলপ আঁচোৰাৰ বা কামোৰাৰ বাহিৰে একো কৰিব নোআৰে। গচত বৰ বেগেৰে পাতলৈকে বগাই ফুৰিব পাৰে। তাৰ খোআ বস্তু গচ পাত, ফুল, আৰু সৰু সৰু পোকবোৰ হই। তাৰ বৰন কল পতিয়া, মাজে মাজে হালধিয়া আৰু কাম বৰনিয়া হই। বালিত খোৰ খানি কৰি পাৰে। তাৰ কনি বৰ সোআদ। ইগুআনা ধৰিবলৈকো কিচু টান; কোনো লোকে ফান্দ পাতি ধৰে, কোনোএ কুকুৰ লগাই খেদি ধৰে। টাঙোনেৰে মাৰিলে হঠাত ন মৰে; নাকত কাঁইট মাৰিলেহে বেগতে মৰে। মাটিত নে থাকে, প্ৰাই গচতেহে থাকে। সৰু পোআলি আনি, কোনো কোনোএ জাতি কৰি পোহেও। পানিৰ তলত এঘণ্টা মান উসাহ নো লোআকৈ সোমাই থাকিব পাৰে।

## হিন্দুস্থানৰ বুৰঞ্জি।

History of Hindustan.—From the Dig Dorson.

গজনিনৰ বাদস্যা মহম্মদৰ দোআৰাই জই কৰাৰ পৰা মচলমান লোকে ৰাজ্য নষ্ট কৰি ইংলণ্ডিয়াবিলাকৰ ৰাজ্য থাপন হোআলৈকে হিন্দুস্থানৰ বুৰঞ্জি ইয়াত আৰু পাচতো লিখা জাব। জি নানা ৰজাবিলাক সিংহাসনত বহিছিল, সিবিলাকে ক্ৰমে ক্ৰমে হিন্দুস্থানৰ বহু দেস জই কৰিছিল; এই হেতুকে সিবিলাকে আক্ৰমন কৰাৰ বিবৰন ক্ৰমেৰে লিখোঁ, আৰু সিবিলাকৰ দোআৰাই জই কৰা হোআ প্ৰতি দেসৰ বিবৰনে সৈতে সেই সেই দেসৰ সিমা, আৰু জি কোনো কথাৰে, তাক বিসেস ৰূপে জনা জাই, তাকো সংখেপকৈ লিখিম। মচলমানৰ দোআৰাই এই ভাৰত বৰ্ষ জই কৰাৰ ইতিহাস আমি মচলমানৰ ইতিহাস লিখকৰ দোআৰাই জানিচোঁ।*

Invasion of Sabuktigin.

জি জন পৰাক্ৰমি জয়যুক্ত মানুহে প্ৰথমে ভাৰত বৰ্ষত আপোনাৰ ৰাজ্য থাপন কৰিলে, তেঁৱে গজনিনৰ বাদস্যা মহম্মদ। সেই গজনিনৰ নগৰ সিন্ধু নদিৰ পচিম সিমাতে দিল্লিৰ উত্তৰ পচিম সিমাৰ পৰা আঁঠৈ স ক্ৰোচৰ অন্তৰত থাপনা কৰা হৈছিল। মহম্মদৰ বাপেক চবুক্তগিন বাদস্যা অতি সাহিয়াল মানুহ আছিল; তেঁৱে ভাৰত বৰ্ষক বেলিএ বেলিএ আক্ৰমন কৰিছিল। দেস লুটিবলৈ তেঁওৰ প্ৰধান ইচা হোআত কেৱল সিন্ধু নদিৰ পৰা অলপ দুৰৈলৈহে লুট কৰিব পাৰিলে। তেঁওৰ পুত্ৰ অৰ্থাত তেঁওৰ সিংহাসনৰ অধিকাৰি জি মহম্মদ, তেঁওৰ বুৰঞ্জি পুৰ্বৰ ইতিহাসৰ পৰা লিখিবলৈ বৰ দুখৰ কাৰন হব; কিয়নো এই জি উত্তম মহা দেস ভাৰত বৰ্ষ বহু কালৰ পৰা কোনো জুধ বগাৰ নো হোআকৈ আছিল লেয়ে এই নিৰ্দয়া ৰজাৰ দোআৰাই একেবাৰে লুট কৰাত বিনাস হৈ গল। আৰু সেই নাস কৰোঁতা মানুহৰ মনত দেস জই কৰিবৰ নিমিত্তে জি বায়ু ৰূপ ইচা জনমিছিল, সেই ইচা মহম্মদৰ মত থাপন অৰ্থাত ধৰম থাপনা কৰিবৰ বাঞ্চাৰ দোআৰাই বাঢ়ি গল। তেঁৱে জি জি প্ৰকাৰে লুট কৰা বস্তু সাঁচিলে, সেই কথা পঢ়িলে কোনোএ বিশ্বাস ন কৰিব। জদি কোনোএ এই কথাত সংসই কৰে, তথাপি সিবিলাকে মনত ভাবি দেখোক, বহু কালৰে পৰা এই ভাৰত বৰ্ষৰ বহু মুল্য বেপাৰৰ সকলো বস্তু প্ৰিথিবিৰ আন আন দেসলৈ গৈছে, আৰু এই ভাৰত বৰ্ষৰ লোকবিলাকৰ স্বভাৱৰ দৰে আপোন দেসত উত্পন হোআ বস্তুৰ সলনি সেই সেই দেসৰ পৰা আন কোনো বস্তু ভাৰত বৰ্ষলৈ আহা নাই। সেই নিমিত্তে প্ৰিথিবিৰ অধিক ভাগৰ ধন অনেক কালৰে পৰা এই ভাৰত বৰ্ষৰ উদৰত সাঁচা হৈ আছিল, আৰু ভাৰত বৰ্ষৰ কুসল গুচাই তাৰ সকলো সম্পত্তি হৰি নিবলৈ মহম্মদৰ আগেয়ে এনে কোনো জুধো হোআ নাই কিচিল।

Mahomed of Ghesni.

চবুক্তগিনৰ ইস্মাএল আৰু মহমদ, এই দুই পুতেক আছিল। ইস্মাএলৰ অতি স্নিগ্ধ আৰু প্ৰসন্ন স্বভাও হোআৰ কাৰনে তেঁওৰ বাপেকে জি ৰাজ্য জই কৰি পাতিলে, কেৱল সেই ৰাজ্যকেহে সাসন কৰি ৰাখিবলৈ তেঁওৰ সক্তি আছিলে; তথাপি তেঁওৰ ভায়েক মহমদ আপোন দেসলৈ ঘুৰি নহালৈকে তেঁও জেন সিংহাসনত বহি ৰজা হব পাৰিব, এনে আসা কৰি আপোন বাপেকৰ মনত উচাহ জনমালে। তাতে ইস্মাএল বলখ নগৰৰ ৰজা হল। পাচে তেঁও ৰাজ সিংহাসনত উঠি তাক পুনৰাই এৰি দিবলৈ ইচা ন কৰিলে, কিন্তু আপোনাৰ ভায়েকৰ লগত জুধ কৰিবলৈ জুগুত হল; সেই সময়ত তেঁওৰ ভাই মহমদ আপোন ৰাজ্যৰ পৰা দুৰৈ প্ৰদেসত আছিল। মহমদে ৰাজ্যৰ সলনি তেঁওৰ এক প্ৰদেস খোৰাচান ৰাজ্য আপোন ভায়েকক নিচইকৈ দিবলৈ স্বিকাৰ কৰিছিল, কিন্তু ইস্মাএলে বল কৰি আপোন ৰাজ সাসন লবলৈ উদ্যুগ কৰিলে, আৰু ৰাজ গোলা মেলি অনেক ধন উলিয়াই আপোনাৰ সৈন্যবিলাকক দান কৰিলে। এনে সময়তে মহমদ

সৈন্যে সৈতে উভতি আহিবলৈ ধৰিলে; পাচে আহিলত দুয়ো ভায়েকৰ মাজত মহা যুধ লাগিল, তাতে অনেক প্ৰানি নষ্ট কৰা হল। সেসত ইস্মাএল পৰাজই হলত, ৰন কৰিবলৈ অবজ্ঞন নৌ কৰোঁতেই জি লোৰ পিঞ্জৰা সাজি মহমদ ভায়েকক তাৰ ভিতৰত ভৰাই বন্দি কৰি ৰাখিব খুজিচিল, পাচে সেই পিঞ্জৰাতে মহমদে তেঁওকে কইদ কৰি ৰাখিলে। তাৰ পাচত মহমদ জই হৈ সিংহাসনত বহিল, আৰু আপোন ভায়েকে সৈতে যুধ কৰোঁতে জি সৰু সৰু ৰজাবিলাকে তেঁওৰ অহিতে আচৰন কৰিচিল, সিবিলাকক দমন কৰি ভাৰত বৰ্ষক আক্ৰমন কৰিবলৈ উপাই কৰিলে।

**Mahomed's First Indian Expedition.**

গজনিনৰ সিংহাসনত উঠিবৰ কালত মহমদে প্ৰতিগ্যা কৰিলে, বোলে, মই আপোনাৰ সকলো সৈন্য লৈ হিন্দুস্থানৰ নিবাসি দেও পুজকবিলাকক আক্ৰমন কৰিম। মহমদ জি বাৰে বেলি এই ভাৰত বৰ্ষলৈ আহি লৰা বুঢ়া আদি কাকো দায়া ন কৰি ৰজাবিলাকৰ ৰাজ ঘৰ, আৰু দেৱতাবোৰৰ মন্দিৰ লুট কৰি সম ধন কৰিলে, আৰু স স বচৰে পৰা সাঁচি থোৱা জি ধন সম্পত্তি ভাৰত বৰ্ষত আচিলে, সেই সকলোকে লৈ আপোন দেসলৈ গৈচিল, সেই বাৰে বেলিৰ প্ৰথম বেলি ভাৰত বৰ্ষলৈ আহোঁতে ১০০০ সঁক হৈচিল।

সিন্ধু নদি পাৰ হৈ তেঁও লাহোৰ নগৰক প্ৰথমে আক্ৰমন কৰিলে। সেই লাহোৰ নগৰ হিন্দুস্থানৰ অতি বৰ লাভৰ ঠাই আচিল; সেই দেসে দি সতদ্ৰু, বিয়াচ, চন্দ্ৰভাগা, ঐৰাৱতি, আৰু বিতস্তা, এই পাঁচ নদি বই, সেই কাৰনে তাৰ নাম পঞ্জাব অৰ্থাত পাঁচ পানি বোলে, সিন্ধু নদি আৰু দিলি এই দুয়োৰো মাজতে লাহোৰ দেস, দিঘলে ১৮০ ক্ৰোচ, পথালিএ ৮৬ ক্ৰোচ। লাহোৰ নামে সেই প্ৰদেসৰ ৰাজ ধানি অতি পুৰনি নগৰ, আৰু কোনো কোনোএ ভাৰে বোলে, চিকন্দৰ মহা বাদস্যাই সেই নগৰ সাজিলে। লাহোৰ হিন্দুস্থানৰ অহা জোৱা কৰা বাট, সেই নিমিত্তে দুয়ো কালৰ বাদস্যাবিলাকৰ যুধত সেই নগৰৰ ওপৰত সদাই আপদ ঘতমে, তাতে সেই প্ৰদেস আন সকল প্ৰদেসতকৈ তেজেৰে পুৰ হৈচিল; তাত বাহিৰে সেই দেসৰ লোকবিলাক অতি সাহিয়াল। সেই কালত লাহোৰ নগৰ জইপাল ৰজাৰ অধিন আচিল; চবুক্তগিন বাদস্যাই তাক আগেয়ে জই কৰিচিল, তথাপি তেঁওৰ পুত্ৰ মহমদ বাদস্যাৰ সহিত ৰন কৰিবলৈ জইপাল ৰজাই বিমুখ ন হল, কিন্তু ১২,০০০ ঘোঁৰা চিপাহি আৰু ৩০,০০০ সেনা, আৰু ৩০০ হাতি যুগুত কৰি মহমদৰ লগত যুধ কৰিলে। তাতে দুয়ো কালৰ অতি ঘোৰ যুধ হল। মহমদৰ সেনা অলপ হোৱাতো তেঁও জইপাল ৰজাক জই কৰি, জইপাৰ ৰজাৰ ৫০০০ সৈন্য সংহাৰ কৰিলে, আৰু ৰজাও তেঁওৰ হাতত পৰিল। এই ৰনত মহমদে বহু লুট কৰা বস্তু পালে, আৰু জইপাল ৰজাৰ গলৰ সোলে ধাৰ মুকুতাৰ হাৰ পালে; সেই প্ৰতি হাৰৰ মুল্য এক লাখ আসি হেজাৰ টকা হই। তাৰ চাউনিতো এই ৰূপে বহু লুট কৰা বস্তু লোকবিলাকে পাইচিল। জইপাল ৰজায়ো বহু ধন দি পাচেও অনেক ৰাজ কৰ দিম বুলি স্বিকাৰ কৰাত মুকলি হল। পুৰ্ব্বে ভাৰত বৰ্ষত এনে ৰিতি আচিল, কোনো হিন্দু ৰজা জদি মচলমানৰ দোআৰাই দু বেলি ৰনত পৰাজই হই, তেন্তে সেই ৰজা সিংহাসনত বহিবলৈ আৰু অজোগ্য; সেই কাৰনে ৰজা জইপাল অপমানত অতি লাজ পাই, আপোনাৰ ৰাজ তাৰ আপোন পুত্ৰৰ হাতত সমৰ্পন কৰিলে, আৰু চিতা যুগুত কৰি আপোন সৰিল পৰিত্তিয়াগ কৰিলে; তেঁওৰ পুত্ৰ আনন্দপাল সেই বচৰতে বাপেকৰ সিংহাসনত বহিল।

**Mahomed's Second and Third Expeditions.**

মহমদৰ দুতিয় বাৰ যুধৰ কালত নতুন ৰাজ্য আৰু ধন পোৱাৰ আসাতকৈ পুৰ্ব্বে পাতি থোৱা ৰাজ্য ৰাখিবলৈ ইচা আচিল।

আনন্দপালৰ অধিন বেধিৰা নামে এক মানুহে ৰাজ কৰ দিবলৈ আটক কৰিচে, এনে

মিচাৰে চল কৰি ১০০৪ শঁকত মহমদে ত্রিতিয় বাৰ এই ভাৰত বর্সত ৰন কৰিবলৈ জুগুত হল । বেখিৰাৰ ৰাজ ধানি মুলতানৰ ওচৰত তহিৰা নামে নগৰ অতি সকতকৈ সজা হৈছিল, আৰু ৰজা ইমান সাহিয়াল হৈ আপোনাক ৰাখি থকা দেখি মহমদে তাত নিচই ত্রাস হল; কিন্তু সেসত বেখিৰাই উপাই নে দেখি আপুনি গৰৰ মাজলৈ পলাই গল; তাকে জানি মহমদে তেতিখনে সেই গৰ আব্রিত কৰি ধৰিলে । বেখিৰাই সেই গৰত আপোনাক ৰখ্যা কৰিবলৈ অতি সঙ্কটৰ ঠাই হেন জানি কতক সৈন্য লগত লৈ তাৰ পৰা পলাই গল । মহমঁদে এই বাত্রা পাই, আপোনাৰ সৈন্যবিলাকক দুভাগ কৰিলে; তাৰ এভাগক সেই পলোআ ৰজাক বিচাৰিবলৈ পঠালে, আনভাগ সেনা লৈ আপুনি সেই গৰ অতি জতন ৰুপে বেৰিলে । বেখিৰা ৰজাই আপোন প্রান ৰাখিবলৈ কোনো উপাই নে দেখি সত্রুবিলাকৰ মাজে দি তৰোআলৰ দোআৰাই পথ কৰি পলাবলৈ জতন কৰিলে, কিন্তু মহমদৰ সেনাই তেঁওৰ বহু সৈন্যবোৰক সংহাৰ কৰি অৱসেস সেনা জিবোৰ আচিল সেইবোৰক বন্দিকৈ ধৰিলে । এই দুৰ অৱস্থাৰ পৰা ৰখ্যা পাবৰ কাৰনে বেখিৰাই আপোন হিয়াত অস্ত্র মাৰি প্রান তিয়াগ কৰিলে । পাচে সেই ৰাজ ধানি নগৰ নিচয়ে মহমদৰ অধিন হল, আৰু সেই নগৰৰ ধন আৰু অলঙ্কাৰ সকল তেঁও গজনিনৰ নগৰলৈ পঠাই দিলে, আৰু সেই ৰাজ্য খন তেঁও আপোনাৰ ৰাজ্যে সৈতে মিলাই ললে ।

Fourth Expedition—Multan taken.

চতুর্থ বাৰ মহমদে কেৱল মুলতানৰ নিমিত্তেহে আগমন কৰিচিল; কিয়নো সেই সময়ত মুলতান দেস দাউদৰ অধিনত আচিল, আৰু দাউদে মহমদৰ অধিন হবলৈ স্বিকাৰ ন কৰিলে । সেই দেস সিন্ধু নদিৰ পুব ফালে, আৰু তাৰ সিমা প্রাই সিন্ধু নদিৰ জাব নোঅৰা ঠাইৰ পৰা সাগৰ প্রবেস কৰালৈকে হৈচিল; তাৰ দিঘলে ১৮৩ ক্রোচ, আৰু বহলে ১০৮ ক্রোচ নিৰুপন কৰা হৈচিল । আগৰ কালত তাৰ ৰাজধানি অতি বহল আৰু দিঘল আচিল । আৰু তাৰ গৰৰ ওপৰত ১৪০০ বুৰুজ আচিল, আৰু সেই কোঁঠৰ অনেক অনেক চিন এতিয়ালৈকে আচে । মহমদৰ বহুত সৈন্য আচিল, কিন্তু তেঁওৰ আপোনাৰ দুই সত্রুৰ লগত অর্থাত দাউদে সৈতে আৰু জিটে তেঁওক নিতে পতি দুখ দিবলৈ জতন কৰিচিল, সেই আনন্দপাল ৰজাৰ লগতো জুধ কৰিব লগা হল । আনন্দপাল ৰজাৰ সৈন্য অধিক হলেও সাহ আৰু ৰনৰ বিদ্যাত নিচেই হিন হৈচিল, কিয়নো চুলতানৰ দোআৰাই ৰনত হাৰি কাস্মিৰ নগৰলৈ পলাই গল । মহমদে সকলো সৈন্যে সৈতে মুলতানক আক্রমন কৰি নিচেই ঢিল ভাৱে তাৰ ওপৰত অধিকাৰ হল । পার্চিৰ ইতিহাস লিখক সকলে সেই নগৰৰ লুট কৰা কথা লিখা নাই হই, কিন্তু তাৰ বেপাৰ আৰু ঐস্বর্জৰ দোআৰাই মহমদে বহুত বস্তু লুট কৰি নিলে বুলি জনা জাই । দাউদে প্রথমে হাৰিত পলাই আচিল, পাচে মহমদে সেই কথা বুজ পালে, কিন্তু অধিক ৰাজ কৰ দিম বুলি কথা বন্ধাত মহমদে পুনৰবাৰ তেঁওক সিংহাসন এৰি দিলে ।

Fifth Expedition—Defeats seven Hindu Rajas.

১০০৮ শঁকত আনন্দপাল ৰজাই লোকৰ অধিনত নে থাকোঁ বুলি অধিৰ হৈ মহমদৰ হাতৰ পৰা মুলতান লবলৈ কার্বাৰ কৰিলে, সেই কাৰনে চুলতানে ক্রোধ কৰি পঞ্জাব নগৰৰ ওপৰত আপোনাৰ ক্রোধ ব্রিষ্টি কৰিবলৈ জুগুত হল । এই নিমিত্তে তেঁও পঞ্চ বাৰ ভাৰত বর্স আক্রমন কৰিবলৈ আৰম্ভন কৰিলে । আনন্দপাল ৰজা লোকৰ অধিনত থকাৰ কথা এৰি আপোন প্রান ৰাখিবৰ নিমিত্তে হিন্দুস্থানৰ আন আন মহা ৰজাবিলাকৰ তলৈ এই সম্বাদ পঠালে, বোলে, তোমোলাক সকলে একে মন হৈ মোৰ এই সত্রুৰ লগত ৰন কৰিবলৈ আহা । এই কথাতে উজইনি, গোআলিয়ৰ, কালিঞ্জৰ, কনৌজ, দিলি আৰু আজমেৰ, এই এই নগৰ ৰজাবিলাকে আপোন আপোন সৈন্যবিলাকক লগত লৈ আনন্দপাল

ৰজাৰ সহাই হবলৈ আগমন কৰি আহিল; সিবিলাকে সাহ আৰু দ্রিঢ় প্রতিগ্যা কৰি আহিল, কিন্তু মহমদৰ সহিতে ৰন কৰিবলৈ সিবিলাকৰ মাজত কোনো মুখ্য জুখাৰু নাছিল। ভিন ভিন দেসৰ ইমান সৈন্য অনেক কালৰে পৰা আহি কেতিয়াও ভাৰত বৰ্সত গোট খোআ নাই। মহমদে পেস্যাৱৰ চহৰৰ ওচৰৰ এক পথাৰত চাউনি কৰি আছিল, আৰু তেঁওৰ সমুখে হিন্দুস্থানৰ ৰজাবিলাকেও চাউনি কৰিলে; হিন্দুবিলাকৰ সৈনাবিলাক দিনে পতি সংখ্যাতে আৰু সাহতে ব্রিধি হবলৈ ধৰিলে। দু কুৰি দিনলৈ দুয়ো ফৌজে সমুখা সমুখিকৈএ থাকিল। মহমদৰ সকত কোঁঠ আছিল, আৰু তাত বাহিৰেও হিন্দুবিলাকে তেঁওক জেন প্রথমে আক্রমন কৰিব, তেঁওৰ এনে বাঞ্চা আছিল, আৰু সেসত সেয়ে ঘটিল। হিন্দুবিলাকে তেঁওৰ ওচৰলৈ আহোঁতেই মহমদৰ সেনাবিলাকে সিইঁতক সংহাৰ কৰিলে; সেসত মহমদে সিইঁতক নিচই ক্লান্ত হোআ জেন দেখি আপুনি চাউনিৰ পৰা ওলাই সেই নিৰ্বলি সত্রুবিলাকৰ ওপৰত ঘোৰ জুধ কৰি সকলোকে আক্রমন কৰিলে।

ভাগ্যৰ নিমিত্তে সেই দিনত এটা দুৰ অৱস্থা ঘটিছিল, সেই কাৰনে তেঁও ৰনত জই হল। সকলো হিন্দু ৰজাবিলাকৰ সৈন্যৰ সেনাপতিবিলাকে লাহোৰ ৰজাৰ হাঁতিৰ আগলৈ এক প্রকাৰ অগ্নিবান মাৰিছিল, তাতে সেই হাঁতিএ ভই পাই ৰন ভূমিৰ পৰা ৰজা সমনিতে লৈ পলাই গল; কিন্তু তেতিয়াহে হিন্দু সৈন্যবিলাকে আপোনৰ প্রধান সেনাপতি স্বৰুপকে পলাই গল হেন ভাবি, সিইঁতো পলাই গল। তাতে মহমদে আপোনাৰ ঘোঁৰা চিপাহিবিলাকক লগত লৈ দু দিনৰ বাটলৈকে সিইঁতক কাটি কাটি সিইঁতৰ পাচত খেদি গল; সেই সময়ত ২০,০০০ সৈন্যক কাটি নিপাত কৰিলে, তাত বাজে ৰন ভূমিত বা কিমান মৰিল তাক গনিবলৈকে ন হল। তেঁও এই জুধত দু কুৰি হাঁতিৰ ভাৰৰ সমান লুট কৰা বহু মুল্য বস্তু পালে, আৰু তাতে মহমদৰ নামৰ জস বাঢ়ুত- কৈও আগ হৈ আছিয়া ৰবিসৰ সিমালৈকে বিয়াপি গল।

He takes the fort of Bhim.

এইমান সৰহ লুট কৰাতো ধনলৈ তেঁওৰ আঁক্রোহ নু গুচিল, কিয়নো হিমালই পৰ্বতৰ নগৰকোঁঠ প্রদেসত পূৰ্বে সজা ভিম নামে এক কোঁঠত এটা উত্তম দেৱালই আছিল; তালৈকে চাৰিও কালৰ পৰা জাত্রিকবিলাকে তিৰ্থ দৰ্সন কৰিবলৈ জাই, তাত বাহিৰে সেই ঠাইত ইমান সৰহ ধন সাঁচি থোআ হোআত মানুহে কই বোলে, সেই দেৱালইৰ খোঁটালিৰ ভিতৰবোৰত সোনৰ পাত খুআইছিল। সেই কোঁঠটো এটা ওখ পৰ্বতৰ টিঙৰ ওপৰত অতি সুমেৰে সজা হৈছিল, আৰু সত্রুবিলাকে তাক পাব নোআৰাকৈ সেই ঠাই অতি দুৰ্গম হোআ জানি ৰজাবিলাকে আপোন আপোন সকলো সম্পতি তাতে সাঁচি থৈছিল, এই হেতুকে জনা জাই, ভাৰত বৰ্সৰ কোনো এক ৰজাৰ গোলাতকৈও অধিক ৰুপ সোন আৰু বহু মুল্য হিৰা আদি বস্তু আছিল। মহমদে আপোনাক ৰনত জই কৰি এঁটায়েই অতি বেগে সেই ঠাইলৈ গৈ সেই কোঁঠ বেৰিলে, আৰু তাৰ চাৰিও কালৰ গাঁওবোৰক লুট কৰিবলৈ আপোনাৰ সেনাবিলাকক পাঁচিলে। জি ব্রাহ্মনবিলাক সেই ৰাজ গোলাৰ ৰখিয়া আছিল, সিবিলাকে আপোনাৰ অলপ সৈন্যকে লৈ তাক ৰাখিবলৈ জুগুত হল; আৰু জি পাসণ্ড মচলমান মহমদ সেই থানৰ অধিকাৰি দেওসিৰৰ ধৰ্মালই অপবিত্র কৰিবলৈ উদ্যোগ হৈছিল, তেঁওকে সাপ দিবলৈ ধৰিলে, মহমদে সিবিলাকৰ সাপলৈ একো নে মানি আৰু অধিক ৰুপে কঠিনকৈ জুধ কৰিবলৈ ধৰিলে। পাচে ব্রাহ্মনবিলাকে পুনৰপি উদ্যোগ কৰা মিচা স্রুম জানি কোঁঠ সমৰ্পন কৰিবৰ কাৰনে সেই জয়জুক্ত সৈন্যবোৰ প্রবেস হবৰ নিমিত্তে কোঁঠৰ কপাট মেলি দিলে। সেই দেৱালইত সাত লাখ সোনৰ মোহৰ, আৰু সাত স মোন সোনৰ আৰু ৰুপৰ পাত্র, আৰু দুকুৰি মোন মুখ সোনৰ কামি, আৰু দুই হেজাৰ মোন

ৰূপ, আৰু তুমি সোন অলঙ্কাৰ পালে; সেই সকলো বস্তু দেৱালই নির্মান কৰা কালৰে পৰা সাঁচি থোৱা হৈছিল। এই অসংখ্যা সম্পত্তি লৈ মহমদে গজনিৰ নগৰলৈ পুনৰ বাৰ গমন কৰিলে। তেঁও সেই ঠাইত এখান বৰ পথাৰত ৰাজ সভা কৰি অনেক সমূহৰ আগত আপোনাৰ সঞ্চিত সম্পত্তি দেখুৱালে, আৰু আপোনাৰ সেনাপতি, ওমৰ আৰু মূখ্য সেনাবিলাকক বহু মুল্য বঁটা দিলে। এই সকলো যুধত মহমদে জিমান দেও মূৰ্ত্তি দেখিলে, সেই সকলোকো ভাঙ্গি নষ্ট কৰিলে, আৰু মহমদে সেই সেই দেসৰ লোকক মৰনৰ, আৰু আন দেসলৈ বন্দিকৈ বেচাৰ ভই দেখুৱাই মহমদৰ মত অৰ্থাত মচলমানৰ ধৰম বলেৰে লোৱালে।

**Sixth Expedition—Thaneswor and Delhi plundered.**

১০১১ সঁকত সষ্ঠ বাৰ এই ভাৰত বসলৈ আহি মহমদে থানেস্বৰ আৰু দিলি নগৰ লুট কৰিলে। থানেস্বৰ অতি পুৰাতনিয়া নগৰ আৰু দিলি জিলাৰ ভিতৰ; আৰু দিলি নগৰৰ পৰা ৩০ ক্রোচৰ অন্তৰ। তাৰ ওচৰে দি সৰস্বতি নদি বৈছে, আৰু কুৰু খেত্রৰ সৰোবৰ সেই থানেস্বৰৰ ওচৰতে আছে। মহা ভাৰতত জি সকল কথা বৰ্নাইছে,, তাৰ ঠাই এই দেস, আৰু ভাৰত ৰজাৰ ৰাজধানি হস্তিনাপুৰ নগৰো সেই দেসতে আছে। মচলমান লোকে জেনেকৈ মেকা নগৰক বৰ পুন্যৰ ঠাই বুলি মান কৰে, সেই ৰূপে হিন্দু লোকেও সেই ঠাইক তেনেকৈ মানে, আৰু সেই ঠাইত মন্দিৰৰ সমান ভয়ঙ্কৰ গৰৰ নিচিনা পুন্যৰ নিমিত্তে দান দিয়া ধনেৰে পৰিপুৰ্ন হৈ আছে, ইয়াকে মহমদে সুনিলে। তাতে হেজাৰ হেজাৰ সৰু প্রতিমাৰ মাজতো এক প্রধান দেও মূৰ্ত্তি থাপনা কৰা হৈছিল; আৰু সেই ঠাইৰ ব্রাহ্মনবিলাকে গৰ্ব কৰি কই বোলে, সেই মূৰ্ত্তি প্রিথিবি ধনৰ সমান পুৰনি হৈছে।

মহমদে আনন্দপাল ৰজাক আগ্যা কৰি কৈ পঠালে, তুমি মোৰ মিত্র হোৱা ৰজাবিলাকৰ দৰে মোৰ লগত অহা সৈন্যবোৰৰ আহাৰৰ বস্তু সিইতলৈ জোগাই দিয়া। কিন্তু লুট আৰু নাস হোৱাৰ পৰা থানেস্বৰ নগৰক ৰখ্যা কৰিবলৈ আনন্দপাল ৰজাৰ অধিক ইচা আছিল, সেই নিমিত্তে তেঁও অনেক হাতি আৰু সোন, ধন, আৰু অলঙ্কাৰ আদি বস্তু মহমদক দিবলৈ অঙ্গিকাৰ কৰিলে। মহমদে তেঁওৰ সেই সকলো বিনয়তো সন্তোস ন হৈ, উত্তৰ দিলে, বোলে, মচলমানৰ সাস্ত্রৰ প্রমানৰ দোআৰাই দেৱতাৰ পূজা জিমান হানি হই, আৰু মহমদৰ জনস্যাৰ খিয়াতি জিমান ব্রিধি হই, তাৰ দোআৰাই লোকবিলাকৰ স্বৰগ লাভ হব। সেই থানেস্বৰ নগৰৰ অধিকাৰি জি দিলিৰ ৰজা, তেঁওৰ আগত জেতিয়া মহমদৰ আগমনৰ বাত্রা কোৱা হল, তেতিয়া তেঁও হিন্দুস্থানৰ সকলো ৰজাবিলাকৰ ওচৰলৈ কটকি পঠালে, আৰু প্রাৰ্থনা কৰিলে জেন সিবিলাক সকলো সৈন্যে সৈতে আহি দেৱতাবোৰৰ সেস আস্ৰই হৈ অপবিত্রৰ পৰা ৰখ্যা কৰে। পাচে সেই মিলন হোৱা ৰজাবিলাক তেঁওৰ সহাই হবলৈ আঁওতে আঁওতে দিলিৰ ৰজাৰ ওচৰ নৌ পাঁওতেই মহমদৰ সৈন্যবিলাক অতি বেগে আহি সেই থানেস্বৰ নগৰ ধনক সমূদাই বেৰিলে। সেই ঠাইৰ লোকবিলাক যুধ কৰিবলৈ ন অৰা হেতুকে নগৰ ধন মহমদৰ হাতত অতি বেগতে সমৰ্পন কৰা হল। ঐশ্বৰ্জ আৰু ধন আৰু সকলোতকৈ মনোহৰ জি এই নগৰ, সেয়ে মহমদৰ সৈন্যবিলাকে লুট কৰাৰ দোআৰাই এক নিমিসৰ ভিতৰতে সমূলি সংহাৰ কৰা হৈ নষ্ট হল। সেনাবিলাকে দেৱালইৰ ধন সোন সকলোকে লুট কৰি লৈ দেৱালইক ভাঙ্গি সম থল কৰিলে; আৰু দেও মূৰ্ত্তিবোৰক ভাঙ্গি নগৰৰ ৰাজ বাটত সিচৰিকৈ পেলাই দিলে। কিন্তু প্রধান জিটো মূৰ্ত্তি তাক অধিক অমৰ্জ্জতা কৰিবৰ কাৰনে বান্ধি থলে। সেই মূৰ্ত্তিৰ দোআৰাই দেও পূজকবিলাকে আৰু বাৰ পূজা কৰিবলৈ জেন উচাহ ন জনমে, এই নিমিত্তে সেই মূৰ্ত্তি গজনিৰ নগৰলৈ লৈ গল, আৰু তাতে সকলো মানুহৰ আগত মূৰ্ত্তিৰ মূৰটো চিঙ্গি পেলালে, আৰু বইবুক হোৱা পৰাক্রমি মচলমান

বিলাকে জেন ভৰিৰে থচকিব, এই ইচাৰে অৰসেনবোৰ জি থাকিল, তাক ভাঙ্গি ভাঙ্গি ৰাটত আৰু নগৰৰ আলিতো পেলাই দিলে।

দিলিৰ ৰজাই তেঁওৰ সহাই হৈ ৰন কৰিবলৈ আন আন জি ৰজাবিলাকক মাতি আনিচিল, সেই কথা মহমদে বুজ পাই অতি ক্রোধেৰে পুৰ হৈ থানেস্বৰ নগৰ আক্রমন কৰি এঁটায়েই দিলিলৈ আগমন কৰিলে। দিলি জিলা দিঘলে ১৬৫ আৰু বহলে ১৪০ ক্রোচ। তাৰ মাজত গঙ্গা আৰু জমুনা এই দুই প্রধান নদি। দুই হেজাৰ এস বচৰৰ আগেয়ে দিলু নামে এক ৰজাই সেই নগৰ পাতিচিলে বুলি লোকবিলাকে কোআ কুই কৰে; আৰু কোনোএ কই বোলে, আওৰঙ্গপাল নামে এক ৰজাই চৈধ্য স বচৰৰ আগেএ দিলি নগৰতকৈও এধন বৰ নগৰ ভাঙ্গি আনি সেই নগৰ পাতিলে। সেই নগৰৰ অধিকাৰবিলাক বহু কালৰে পৰা স্বতন্ত্র হৈ আচিল, পাচে লাহোৰৰ পাল বংস নামে মহা ৰজাৰ অধিন কৰা হল। মহা ভাৰতত জি ইন্দ্রপ্রস্থ নামে পুৰাতনিয়া নগৰৰ কথা লিখা আচে, সেই নগৰৰ ঠাইতে এই দিলি নগৰ সজা হৈচে বুলি জনা জাই। সেসে কনৌজ নগৰ জেনেকৈ হানি হবলৈ ধৰিলে, তেনেকৈ দিলি নগৰৰ ব্রিধি হৈ গল, আৰু কনৌজ নগৰ সমুদাই নাস হোআৰ পাচত মচলমান ৰাজ বংসৰ ৰাজ সালন কৰাৰ সময়ত সেই দিলি নগৰ সকলো হিন্দুস্থানৰ ৰাজ ধানি হল, কিন্তু এতিয়া সেই ৰাজধানিৰ পদ তাৰ পৰা কলিকতালৈ আহিল।

মহমদে আপোনাৰ জয়যুক্ত সেনাবিলাকক লৈ এই মহা ৰাজধানিৰ ওপৰত অতি সকত ভাৱে আক্রমন কৰিলে, তাতে তেঁও বেগে অহা আৰু কঠিন ভাৱে আক্রমন কৰাৰ দোআৰাই তেঁওৰ অহিতে জি জি বাধা আচিল, সেই সকলো বিকল হল; সেই নগৰ মহমদৰ হাতত পৰিল, আৰু তেতিয়াৰে বিস্নুৰ নিচান গুচাই সেই ঠাইতে মহমদৰ অর্ধচন্দ্রৰ নিচান লগোআত উৰিবলৈ ধৰিলে; আৰু সেই ৰজাৰ ঠাইক অতিসই অমৰ্য্যতা আৰু লুট কৰা হলত মহমদে সেই নগৰৰ ঐশ্বৰ্য্য বিভুতি আৰু তাৰ ঠাইবোৰ দেখি সন্তোস হৈ গজনিন ৰাজ্যৰ ভিতৰ জিল্যা কৰিবলৈ ইচা কৰিলে, কিন্তু তেঁও সেনাপতিবিলাকে তেঁওক জনাই কলে, ৰোপ লে, লাহোৰৰ ৰজা জিমান দিন স্বতন্ত্র হৈ মাজ দেসত থাকে, সেই মান দিন গজনিনৰ ভিতৰ জিলা কৰা অসাধ্য। তাতে তেঁও আপোন ইচা তিয়াগ কৰিলে, আৰু অনেক ৰাজ সম্পতি পাবলৈ সমত হৈ ৪০,০০০ বন্দ কৰা অৰসেস লোক, আৰু অসিমা ধন লৈ তেঁও গজনিনলৈ পুনৰ বাৰ আহিল।

**Seventh Expedition—Kashmir invaded.**

এই জুধৰ দুই বচৰৰ পাচত আনন্দপাল ৰজাৰ মিত্যু হল, তেঁওৰ পুত্র প্রিথিবি জইপাল সিংহাসনত উঠিএই মহমদৰ সহিত ৰন কৰিব খুজিলে; এই কাৰনে মহমদ সপ্তম বাৰ এই ভাৰত বৰ্সত ৰন কৰিবলৈ আহিল জইপাল ৰজা তেঁওৰ জুধত পাৰ্গত হোআ সেনাবিলাকে সৈতে জুধত ৰনে নোআৰি কাস্মিৰলৈ পলাই গল, আৰু গজনিনৰ বাদস্যাও তেঁওৰ পাচত সেই দেসলৈ গমন কৰিলে।

দিলিৰ উত্তৰ পচিমৰ ১৮০ ক্রোচৰ অন্তৰত কাস্মিৰ দেস; সেয়ে দিঘে ৪০ ক্রোচ আৰু পথালিএ ২০ ক্রোচ। তাৰ চাৰিও কালে পৰ্বত আচে, তাৰ ভুমি অৰ্থাত দুই পৰ্বতৰ মাজৰ ভৈয়াম জেনেহে মনোহৰ তাক কবলৈকে ঠাই নাই। আকবৰ বাদস্যাৰ কালত স্রিনগৰ নামে এক নগৰ সেই কাস্মিৰ দেসৰ ৰাজধানি আচিল। এই উত্তম দেস নষ্ট কৰিবৰ কাৰনে মহমদে আপোনাৰ নাসক সৈন্যবোৰক এৰি দিলে, কিন্তু পৰ্বতৰ ওপৰত সজা কোঁঠবোৰক জই কৰিবলৈ অতি কঠিন হল। সেই দেসৰ সকলো অমুল্য বস্তু তেঁও লুট কৰিলে, তথাপি লোকোট নামে অতি সকত কোঁঠক জই কৰিবৰ নিমিত্তে প্রথম বচৰৰে পৰা তেঁও তাতে আচিল; পাচে সেই কোঁঠ জই কৰিবলৈ তেঁওৰ সক্তি নো হোআত তাৰ পৰা উলটি আহিল, এই প্রথম বাৰ মহমদে ৰনত হাৰিল।

Eighth Expedition—Kanouj taken.

আমি জি কালৰ বিবৰন কৈচোঁ, সেই কালত কনৌজপুৰ হিন্দুস্থানৰ ৰাজ ধানি আছিল । সেই কনৌজ গজনিনৰ পৰা তিনি ছেৰ বাট, আৰু সাত খন নদিৰ সিপাৰে পাচিলে । হিন্দুস্থানৰ ইতিহাসত লিখা আচে বোলে, কনৌজ নগৰ পতাৰ ১৫০০ স বচৰৰ পুৰ্বে অজোধ্যা হিন্দুস্থানৰ ৰাজ ধানি আছিল, আৰু অজোধ্যাৰ ৰাজ বঙ্গহৰ কোনো এজনে সেই কনৌজপুৰ নগৰ পাতিলে, আৰু লোকবিলাকে কই বোলে, আগেয়ে সেই নগৰ ঘৰে ৫০ ক্রোচ হৈছিল । কনৌজপুৰ নগৰ ২৮০০ বচৰৰ আগেয়ে পতা হৈছিল বুলি মানুহে বুজে । বহু কাললৈকে কনৌজপুৰ ৰাজ্যৰ অধিকাৰবিলাক বৰ পৰাক্রমি আছিলে, সিবিলাকৰ মাজৰে সিংহ নামে এজন ৰজাৰ এক লাখ ঘোঁৰা সেনা আৰু চাৰি হেজাৰ ৰনুআ হাতি; আৰু চাৰি লাখ সেনা লৈ পাৰ্চিৰ বাদস্যা আপৰাচৰ লগত ৰন কৰিছিলে । বাৰে স বচৰৰ আগেয়ে সেই নগৰত ইমান অধিক লোক হোআত তাত ৩০০০ হেজাৰ তামুলিৰ বজাৰ, আৰু ৬০,০০০ হেজাৰ বাদ্যকৰবিলাকে ৰাজ কৰ দিচিল । এনেকৈ গননা কৰাত কেৱল ইতিহাস বৰ্নিবৰ হেতুকে কিছু অধিককৈ লিখা হব পাৰে, তথাপি তাৰ কেতবোৰ গুচালেও তাৰ দোআৰাই কেনে ধন সোনেৰে এই নগৰ পুৰ হৈ আচিল, তাক কিছু বুজা জাই ।

মহমদে অষ্টম বাৰ ভাৰত বৰ্সলৈ আহোঁতে তিনি মাহলৈকে তেঁও বৰ দুখ পাই তিবেত দেসৰ পৰ্বতিয়া বাটে দি কনৌজপুৰ নগৰলৈ আহিল । হিন্দুস্থানৰ বুৰঞ্জি লিখকবিলাকে বোলে, জেতিয়া মহমদ সেই নগৰৰ ওচৰ পাইছিল, তেতিয়া আপোনাৰ আগে আকাস চোআ অৰ্থাত ঐশ্বৰ্জ, বিভুতি আৰু সক্তিৰে অদ্বিতিয় এখন নগৰ দেখিলে । তাৰ ৰজা বগা আৰু মিচা অভিমান আৰু উৰ্জ্বল আচিল, আৰু তাৰ সেনা সেনাপতিবিলাকো আপোনাৰ অধিকাৰৰ নিচিনা স্বভাও হৈ সক্তি হিন হল । জেতিয়া সেই নগৰৰ অন্তুগুত হৈ থকা সৈন্যবোৰৰ ওপৰত মহমদৰ তাতাৰ আৰু আফঘানৰ সৈন্যবিলাকে অকস্মাত আক্রমন কৰিলে, তেতিয়া প্রজাবিলাকে বিস্মই মানি ভয়াতুৰ হল, আৰু সেই দেসৰ সৈন্যবিলাক সংখ্যাত অধিক হোআতো আপোনাৰ অধিকাৰৰ দৰে দুখত মগ্ন হৈ জুধত বলে নোআৰি চাৰিও ফালে পলাই গল; আৰু সেই ৰজা মহমদৰ ওচৰলৈ আহি নম্র ভাৱে ক্রিপা মাগিলে, তাতে মহমদে তেতিখনে খেমা কৰিলে । ভাৰত বৰ্সৰ ৰাজধানি কুঁজি চুলতানৰ হাতত দিয়া হল, তেঁও নগৰ খনক লুট কৰি সেই ঠাইতে সৈন্যে সমনিতে দিনে ৰাতিএ তিনি দিন থাকিল।

এই সকলো ধনৱন্ত ৰাজ্য আৰু আন আন ধনি মহা নগৰবোৰ মহমদৰ লুট কৰাৰ ইচা প্রকাস হল । তেঁও প্রথমে দোআবৰ মাজে থকা মিৰঠ নগৰক আক্রমন কৰি ললে, আৰু তাৰ ৰজা বন্দি সালত পৰাতকৈ পলাবলৈকে উপাই কৰি জয়জুক্ত মহমদক লুট কৰিবলৈ মিৰঠ নগৰ এৰি দি আপুনি পলাই গল । মাবিন নামে জমুনাৰ তিৰত থকা এটা কোঁঠে মহমদৰ আসা জনমালে, তাৰ ৰজা কালাচন্দ্র চুলতানৰ আগত নম্র হবলৈ থিৰ কৰি সৈন্যে সমনিতে কোঁঠৰ পৰা বাহিৰ ওলাল । কিন্তু জেতিয়া মহমদৰ লগত নিৰ্বন্ধ কৰিচিলে, সেই সময়ত গজনিনৰ সৈন্যবিলাকৰ কটু বাক্যৰ দোআৰাই ৰজাৰ সৈন্যবিলাকৰ খঙ্গ উঠিল; তাতে এক মহা আপদ ঘটিল, সেসে হিন্দু সৈন্যবিলাকৰ সংহাৰ হল । সেই মহা বধৰ কালত কালাচন্দ্র ৰজা আপুনি পৰিয়ালে সৈতে নদিৰ মাজত পৰিল; আৰু মৰনতকৈও পৰৰ অধিনত অধিক ভই কৰি আপোনাৰ তিৰি পুত্রবোৰক নষ্ট কৰি সেসে আপুনিও প্রান তিয়াগ কৰিলে । পাচে সেই কোঁঠ তেতিখনে মহমদৰ হাতত পৰিল, আৰু তাৰ মাজত তেঁও ৭০ ৰনুআ হাঁতি আৰু অনেক লুট কৰা বস্তুকো পালে । ন. ল. ফ.

*Printed and published, Nov. 1853, by N. Brown, Editor, at the Sibsagor Mission Press.*

# অৰুনোদই সম্বাদ পত্ৰ।

পঞ্চম চোঅা। মোং সিৱসাগৰ, এপ্ৰিল, ১৮৫০ খ্ৰিষ্ট অং সঁক। নম্বৰ ৪।

VOL. V. SIBSAGOR, ASAM, APRIL, 1850. NO. 4.




## দোদো পখি।

The Dodo.

জি চৰাইৰ নকচা ওপৰত লিখা হৈছে, সেই চৰাই এতিয়া প্ৰিথিৱিত বিচাৰিলে পোৱা নে জাই; তথাপি ইংলণ্ডত তাৰে এটাৰ ঠোঁট আৰু ঠেং ৰাখি থৈছে। ১৫৯৮ সঁকত হলণ্ডৰ জাহাজি লোকে মৰিচ মাজুলিত সেই চৰাই দেখি তাৰে এটা ধৰি জিয়াই হলণ্ডলৈ নিলত তাৰ নকচা ওপৰৰ দৰে লিখি ৰাখিলে। মৰিচ আৰু ওচৰৰ মাজুলিবোৰত আগৰ কালত এই চৰাই অনেক আছিল; তেতিয়া তাত নিবাসি লোক নাই কিচিল। ১৪৯৭ সঁকত বাস্কোদিগামা নামে পৰ্তুগাল দেসৰ এজন জাহাজৰ কাপ্তানে তেনে কেতবোৰ চৰাই ধৰিলে। পাচে পৰ্তুগালৰ মানুহে বুৰ্বন, মৰিচ আৰু ৰত্ৰিগু মাজুলিলৈ গৈ সেই চৰাইবোৰ ধৰি সৰহকৈ খাবলৈ ধৰিলে। তাৰ ডেউকা অতি সৰু দেখি সি নিচেই উৰিব নোৱাৰে, তাৰ কাৰনে মানুহে ধৰিবলৈ চল পালে। তাৰ গাটো ২০ সেৰ মান গধুৰ হই। ইংলণ্ডত তাৰ জি ঠোঁট আছে, সি প্ৰাই এবেগত দিঘল; মুৰ ৪ আঙুল বহল। এজন দেখা লোকে লিখিচে, সেই চৰাইৰ মতাবোৰ কপিলা বৰন; মাইকিবোৰ তাতকৈ অলপ বগা, ধুঁআ বৰনিয়া। পাতেৰে সৈতে বাহ সাজি কনি এটাহে পাৰে; ৰাজ হাঁহতকৈ কনি ডাঙৰ। মুৰৰ ওপৰত চালৰ নিচিনা ঢাকনি আছে। তাৰ ঠোঁট বৰ টান; ওপৰ ডোখৰ আগ ফালে কলা, তল ডোখৰ কিচু হালধিয়া, ঠেঙো হালধিয়া।

## হিন্দুস্থানৰ বুৰঞ্জি ।

**History of Hindustan—Mahomed takes Mothura.**

দিলিৰ দখিন সিমাৰ পুৰনি আৰু প্রসিধ হোআ জি নগৰ মথুৰা, তাতে স্রি ক্রিষ্ণৰ জনম হোআত মহা পবিত্র তির্থ থান বোলে । সেই ঠাইতে ৰজাবিলাকে আৰু ধৰমি লোকে আৰু জাত্রিকবিলাকেও অনেক কালৰে পৰা ধন আর্জিচিল, এয়ে তাৰ ধন সম্পাতিৰ মূল । মহমদে জুধত নির্দয়া হৈ ভাৰত বর্সত থকা ৰজাৰ নগৰ আৰু তাৰ দেৱতাৰ মন্দিৰবোৰ নষ্ট কৰাত আনন্দ পালেও, তথাপি প্রথমে এই নগৰৰ সোভা দেখি অতি চমতকাৰ হল । মহমদৰ সাহিয়াল সেনাবিলাকৰ আক্রমন নিবাৰন কৰিবলৈ সেই নগৰত কোনো নাচিল, সিইতো আপোন অধিকাৰৰ নিচিনা স্বভাও হৈ কঠিন ভাৱে সেই নগৰৰ মাজে দি গৈ তেতিয়াৰে নগৰ ধনক লুট কৰি পেলালে । সিইতে ব্রাহ্মন আৰু উদাসিন ভকতবোৰক আপোন দেৱালইৰ দুআৰতে বধ কৰিলে; আৰু তির্থ বাসি উত্তম কুলৰ তিৰিবিলাকৰ সতি ধৰম নির্দয়া ৰূপে হানি কৰিলে, আৰু দেৱালইৰ সকলো বস্তু লৈ মুর্তিবোৰ ভাঙ্গি বাটত পেলাই দিলে । সেই ঠাইতে মহমদে বহু ধন লাভ পালে, আৰু নানা দেৱালইত পদ্মৰাগ মনিৰে সজা চকু বিসিষ্ট সুধ সোনৰ পাঁচোটা পুতলা পাইচিল, আৰু তাৰ একোটাৰ মূল্য ৫০,০০০ সোনৰ মোহৰ । আন এক পুতলাৰ গাত তিনি চাৰি স নক্কাল, অর্থাত ৰাতি পৰিমানৰ এক নিল মনি পালে, আৰু জেতিয়া সেই পুতলাক জুইত পগালে, তেতিয়া ৯৮,৩০০ নক্কাল সুধ সোন তাতো পোআ গল । আৰু এক স উটৰ ভাৰৰ পৰিমানেৰে ৰুপৰ পুতলা পালে ।

মহমদে কুৰি দিনলৈকে মথুৰা নগৰত থাকিল, তেতিয়া সেই ঠাইত অকস্মাত জুই ওলোআত নগৰৰ অধিক ভাগ পোৰা হল । তাৰ পাচে তেঁও সেই প্রদেসৰ আন আন কোঁঠো জই কৰি সিইতৰ সকলো বস্তু লুট কৰি ললে । সেসত তেঁও জয়ত অতিসই সন্তোস হৈ, আৰু হিন্দুস্থানৰ ধনৱন্ত নগৰবোৰৰ ধন, সোন, মনি মুকুতা সকলো ঐশ্বর্জৰ ভাৰত কিচু এলেহুআ জেন হৈ আপোন দেসলৈ পুনৰপি গমন কৰিলে । তেঁওৰ সৈন্যবোৰেও এই জুধত জি জি লুট কৰা বস্তু পালে, সি আন ৰনতকৈ অধিক, আৰু সেই ধন গজনিনৰ নগৰৰ মাজত বিয়াপি জোআত আচিয়াৰ আন নগৰতকৈ গজনিনৰ নগৰ ঐশ্বর্জেৰে পুৰ হল । সেই নগৰৰ প্রতি ঠাই প্রজাবিলাকৰ খৰচেৰে বৰ বৰ ঘৰ সজা হল; আৰু চুলতানে আপুনি ভাৰত বর্সৰ লুট কৰা অনেক ধন ভাঙ্গি এক সিলৰ মচিদ সাজিলে, আৰু তেঁও লুট কৰা মুকুতা আদি বহু মূল্য মনিৰে তাৰ মাজত সোভা কৰিলে; আৰু জি এটা মুকুতাৰে তাক সোভা কৰিচিল, তাৰ নাম স্বর্গিয় কন্যা থৈচিল । সেই সময়তো মহমদ গিয়ান আৰু বিদ্যাৰে সোভিত হোআ নাই, কিয়নো সেই মচিদৰ ওচৰত এক বিদ্যালই থাপনা কৰিচিল, আৰু নানা দেসৰ পৰা পুথিবোৰ আনি সেই ঠাইত গোটালে, আৰু অধ্যাপক আৰু চাত্ৰবিলাকৰ নিমিত্তে জি খৰচ হই, তাকো নিৰুপন কৰি দিলে ।

**Mahomed's Ninth Expedition.**

কনৌজপুৰ নগৰৰ ৰজা মহমদৰ সৰনাপন হোআত হিন্দুস্থানৰ অন্য ৰজাবিলাকে তেঁওক জই কৰিবলৈ সকলোএ একে আলচ কৰিলে । সেই নিমিত্তে মহমদে নৱম বাৰ জুধ কৰিবলৈ জুগুত হল । তেঁও সৈন্য সমূহে সৈতে সেই ঠাই নৌ পাঁওতে কালিঞ্জৰৰ নন্দ ৰজাই কনৌজপুৰৰ অধিকাৰক আক্রমন কৰি তেঁওক ৰনত পৰাজই কৰিলে । মহমদে সেই ঠাই পোআত নন্দ ৰজাই তেঁওৰে সৈতে ৰন কৰিবলৈ জুগুত হল, আৰু জমূনা নদিৰ দুয়ো পাৰে দুয়ো কালৰ ফৌজ গোট খাই অনেক দিন সমুখা সমুখিকৈ ৰৈ থাকিল । কোনো এক নিচই কৰা দিনত মহমদৰ সৈন্যবিলাকে গুপুতকৈ জমূনা নদি পাৰ হৈ গৈ নন্দ ৰজাৰ ফৌজৰ ওপৰত আক্রমন কৰিলে; তাতে ৰজাৰ ফৌজে সত্রুবোৰৰ সংখ্যা বু বুজি ভয়েৰে পলাই গল; আৰু চুলতানেও অতি বেগেৰে

সিবিলাকৰ পাচত খেদি গৈ বুন্দেলখণ্ডৰ সীমান্তে ৰজাৰ সৈন্যবোৰক ধৰিলেগৈ। কালিঞ্জৰ ৰজাৰ ৩৬,০০০ ঘোঁৰা চিপাহি আৰু ৪৫,০০০ সেনা, আৰু ৬৫০ বনুআ হাঁতি আছিল। তেঁও গৈ আপোন ৰাজ্যৰ সীমা পাই ফৌজক থিৰ কৰিলে; তাতে সেই ৰজাই স্বৰূপে যুধ কৰিব বুলি মহমদে আপোনাৰ মনত ভাবিছিল; কিন্তু নন্দ ৰজাই মহমদৰ লগত ৰণৰ ভয়েৰে আপোনাৰ তাম্বু আৰু ৰণৰ অস্ত্র সস্ত্র আৰু আপোনাৰো ৰণৰ সাজ শত্রুবোৰক লোভ দেখাবৰ কাৰণে এৰি থৈ আপুনি লুকাই পলাই গল। মহমদেও তেঁওৰ পাচত কালিঞ্জৰলৈকে খেদি গৈ তাৰ পৰা উভতি আহিল। কালিঞ্জৰৰ কোঁঠ অতি পুৰনি হোৱাত সেই কোঁঠ কোন কালত সজা হল, তাক কেৰে বুজি নে পাই, আৰু তাক শত্রুএ জই কৰা অসাধ্য, ইয়াকে লোকবিলাকে মনত ভাবিছিল।

মহমদে এই যুধকে আৰম্ভন কৰি কিৰিৰাট আৰু নাৰদিনৰ সৰু সৰু প্রদেসবোৰক জই কৰি ললে। মানুহে কই বোলে, সেই দেসৰ লোকবিলাকে সিংহৰ পূজা কৰে; ইয়াতে সিবিলাকে নৰসিংহ অৱতাৰক পূজে বুলি জনা জাই। কিৰিৰাট নগৰৰ অধিকাৰবিলাকে মহমদৰ সহিতে ৰণত ৰলে নোৱাৰি, পাচে তেঁওৰ হাতত আপোন ৰাজ্য সমর্পন কৰিলে। আৰু মহমদৰ একজন সেনাপতিএ আন আন প্রদেস সকল জিনি ললে।

Tenth Expedition—Mahomed takes Lahore.

তাৰ পাচ বচৰত মহমদে দসম বাৰ যুধ কৰিবলৈ যুগুত হৈ লাহোৰ নগৰৰ মাজে দি কাস্মিৰ দেসত থকা, অর্থাত আগেএ জি লোকোটা নামে কোঁঠ মহমদে জই কৰিব নোৱাৰিলে, সেই কোঁঠ পালেহি। সেই কোঁঠ অতি দুর্গম ঠাইত সজা হোৱাত মহমদে তাক জিনিব নোৱাৰিলে; তেঁও এক মাহলৈকে সেই কোঁঠ বেৰি থাকি, পাচে সব নোজৰাত মহা ক্রোধ হৈ লাহোৰৰ ৰাজধানিৰ ওপৰত আপোনাৰ সেই ক্রোধ ৰাখিবলৈ গল। সেই লাহোৰৰ ৰাজধানি মহমদে আপোনাৰ ৰাজধানিৰ এখন জিলা কৰিবলৈ ইচ্চা কৰিছিলে। জইপাল ৰজা আপোন দেস আগুই ঠাই কাস্মিৰত ৰন হাৰি তাৰ দখিন ফাললৈ পলাই গৈ আজমৰ নগৰত থাকিল; সেই বচৰতে চুলতানে তেঁওৰ ঐশ্বর্জমই ৰাজ নগৰত সোমাই কঠিন ভাৱে তাৰ সকলো ঐশ্বর্জ লুট কৰি নিলে। চিন আৰু তাতাৰ দেসকে আদি কৰি পূব দেসৰ সেস সিমাৰ পৰা বেহা বেপাৰৰ বস্তু আনি লাহোৰৰ হাটে দি পচিম ভাগলৈ নিএ; এই হেতুকে সেই ঠাইত তেঁও জি লুট কৰা বস্তু পালে, তাক কেৱল মুখেৰেহে কব পাৰি, কিন্তু লেখ কৰিবলৈ অসাধ্য। মহমদে সেই ৰাজ্যৰ সকলো কথা জাৰ কালিলৈকে থিৰ কৰি, একজন নবাবক সেই দেস সাসন কৰিবলৈ নিজুক্ত কৰি, ঘাম কালিত লুট কৰা বহু ধন লৈ অৱসেস সেনাবোৰে সৈতে গৈ গজনিৰ দেস পালেগৈ।

Eleventh Expedition—against Kalinjor and Gwalior.

তাৰ পাচ বচৰত দেস জই কৰি ত্রিপ্তি নোপোৱা মহমদে আপোনাৰ সেনা ফৌজক লৈ একাদস বাৰ এই ভাৰত বর্সত যুধ কৰিবলৈ জাত্রা কৰিলে। কালিঞ্জৰৰ ৰজাই আন আন ৰজাবিলাকে সৈতে একে মন হৈ পূর্বে মহমদৰ লগত যুধ কৰিব খুজিছিলে, সেই কাৰণে মহমদে লাহোৰৰ মাজে দি গঙ্গাৰ তিৰত থকা দেসবোৰক জই কৰি, কালিঞ্জৰৰ ৰজাক আপোনাৰ বস কৰিবলৈ নিচই কৰিলে। তেঁও গোৱালিয়ৰৰ কোঁঠ বেৰি ধৰি প্রথম যুধ কৰিলে, সেই কোঁঠ এক পর্বতৰ টিঙৰ ওপৰত অতি সকত ৰূপে সজা আছিল, আৰু আগৰাৰ পৰা ত্রিচ ক্রোচৰ দখিনে পত্তা হৈছিল; হিন্দুবিলাকে তাক জই কৰিব নোৱাৰে বুলি ভাবিছিলে। জি পর্বতৰ ওপৰত সেই কোঁঠ আছিল, সেই পর্বত দুই ক্রোচ দিঘল, আৰু তাত উঠিবৰ নিমিত্তে পর্বতত খাট খাট পৰা গৰত সোমাবলৈ কেৱল এটা মাথোন বাট আছিল। সেই ঠাই অতি দুর্গম হোৱাত মহমদে তাক জই কৰাৰ সকল জতন

নিস্ফল হল, আৰু সেই কোঁচ লবলৈ অসাধ্য জেন জানি, তাত ৰাহিৰে ৰজাৰ বিনই বচনত আৰু বহু মূল্য ধন আৰু পঁইত্ৰিচ হাতিৰ ভাৰৰ ভেঁটি পোআত সন্তুষ্ট হৈ, তাৰ পৰা ঘুৰি কালিঞ্জৰৰ ৰজাৰ ওপৰত আক্ৰমন কৰিবলৈ গল। তাৰ ৰজাই তিনি স হাতি আৰু অতি অধিক ধন দি মহমদৰ অনুগ্ৰহ কিনি আপোনাক ৰাখিলে।

Twelfth Expedition—Capture of Somnath.

১০২৪ সঁকত তেঁও সকলোতকৈ প্ৰধান আৰু ভাৰত বৰ্সৰ আক্ৰমন কৰাৰ সেস বাৰৰ জুধলৈ জুগুত হৈ গুজৰাটত থকা সোমনাথৰ কোঁচ বেৰিলে। লোকে কই, বোলে, ভাৰত বৰ্সৰ দখিনে সেই সোমনাথৰ মন্দিৰ সকলোতকৈ উদাসিনবোৰৰ অহা জোআ ঠাই। তাৰ মুৰ্ত্তিক পুজা কৰিবৰ নিমিত্তে তাৰ ৰজাই দু হেজাৰ গাঁও মুৰ্ত্তিক উৰ্চ্চগি দিচিল, আৰু প্ৰতি দিনে দু হেজাৰ ব্ৰাহ্মনে তাৰ পুজা কৰে। পাৰ্চ্চিৰ জিবিলাক ইতিহাস লিখকে মহমদৰ জুধৰ বৰ্ননা কৰিচিল, সিবিলাকে সেই ঠাইৰ ধনৰ প্ৰসংসা অতি অসম্ভাও ৰুপে লিখিচে। দেওবন্দৰৰ ওচৰত সমুদ্ৰৰ তিৰত এক মাজুলিত সেই মন্দিৰ সজা হৈচিল, এতিয়া সেই ঠাই পৰ্ত্তুগিচবিলাকৰ অধিনত আচে। সেই ঠাইৰ ব্ৰাহ্মনবোৰে কলে, বোলে, সোমনাথ দেৱতাৰ দোআৰাই কনৌজপুৰ আৰু দিলি নগৰ পৰিত্তিয়াগ কৰাত সেই দুয়ো নগৰ নষ্ট হৈচিল, আৰু সেই দেৱতাই চকুৰ প্ৰচাৰতে মহমদৰ সকলো সৈন্যক ভস্ম কৰিব পাৰে। সোমনাথৰ মন্দিৰৰ চাল দু কুৰি খুঁটাৰ ওপৰত সজা হৈচিল, আৰু সেই আটাইবোৰ খুঁটা সোনেৰে খতাইচিল, আৰু বহু মুল্য সিলেৰে সৈতে বন্ধা হৈচিল। একেটা আকাস বাতি চাকিৰ পহৰতে গোটেইটো থৰত পহৰ কৰে, আৰু সেই পহৰৰ ৰস্মি মন্দিৰৰ মাজত থকা বহু সংখ্যা সিলত পৰি মন্দিৰ গোটেইটোকে প্ৰকাস কৰে। মন্দিৰৰ মাজত দু কুৰি দহ হাত ওখ এনে এটা সিলত সোম নাথৰ মুৰ্ত্তি নিৰ্মান কৰিচিল, আৰু সেই মুৰ্ত্তি দু কুৰি সাত হাত মাটিৰ তলত পুতিচিল। সেই ঠাইৰ ব্ৰাহ্মন লোকে কই বোলে কদি কালৰ আৰম্ভন হোআৰে পৰা সেই প্ৰতিমাৰ পুজা কৰা হৈচিল। চ স ক্ৰোচ আঁতৰৰ পৰা অনা গঙ্গা জলেৰে প্ৰতি দিন ৰাতি পুআ আৰু গধুলি সেই মুৰ্ত্তিক স্নান কৰাই। মন্দিৰৰ চাৰিও কালে হেজাৰ হেজাৰ ৰুপৰ আৰু সোনৰ সৰু সৰু পুতলাবোৰ সাজি থৈচিল, তাৰ দোআৰাই সেই ঠাই দেৱতাৰ সভাৰ নিচিনা দেখা জাই।

মহমদে সোমনাথৰ ধনৰ কথা আৰু তাৰ অহঙ্কাৰৰো কথা সুনি, তাৰ পৰাক্ৰমৰ পৰিখা কৰিবলৈ মন থিৰ কৰিলে; আৰু তাত জুধ কৰিবৰ কাৰনে গজনিৰ পৰা বহু সৈন্য লৈ জাত্ৰা কৰিলে; আজমৰ আৰু মুলতানৰ বাটে আহি দুখন মহা অৰন্য পাৰ হল, সেই ঠাইতে সেনাবিলাকৰ বৰ দুখ গল, কেৱল মহমদৰ সাহ আৰু বুধিৰ দোআৰাইহে সকলো সৈন্যৰ প্ৰান ৰখ্যা পৰিল। মহমদে সেই ঠাই পোআতে বহু লোকে মন্দিৰৰ এক ওখ চালত উঠি সিবিলাকৰ মাজৰ এটা চৰাঙ্গ চোআ মানুহে মচলমানবিলাকলৈ আপোনাৰ দেৱতাৰ ক্ৰোধ প্ৰকাস কৰি কলে, আমাৰ দেৱতাই একে বাৰে সংহাৰ কৰিবৰ নিমিত্তে এই মচলমানবিলাকক এই ঠাইলৈ গোট খুআই আনিচে। কিন্তু মহমদে সিইতৰ একো কথালৈ কান ন কৰি আৰু কঠিন ভাৱে জুধ কৰিবলৈ জুগুত হল। আৰু ব্ৰাহ্মনবিলাকে আপোনাৰ সত্ৰুৰ বাত্ৰা সুনি মন্দিৰৰ ভিতৰলৈ গৈ মুৰ্ত্তিৰ আগত পৰি প্ৰান ৰখ্যা পাবৰ হেতুকে বিনই প্ৰাৰ্থনা কৰিলে। কিন্তু সিবিলাকৰ সেই আসা বিফল হোআ জেন বুজি জুধ কৰিএই মৰোঁ বুলি মন্দিৰৰ পৰা অতি ক্ৰোধেৰে বাহিৰ ওলাল, আৰু দু দিনলৈকে সিবিলাকে পাৰে মানে ৰন কৰিলে। ইয়াৰ মাজত সেই মন্দিৰ জি মাটিত সজা হৈচে, সেই মাটিৰ গৰাকি ভইৰাম দেও আৰু আন আন ৰজাও বহু হিন্দু সৈন্যক লগত লৈ মচলমানবিলাকৰ ওচৰলৈ আহিল। সিবিলাক সকলে

জুধত নিপুন হোআ দেখি মহমদে আচৰিত মানিলে, কিন্তু মহমদৰ তৰোআলৰ সমুখত কেৱে থিৰ হব নোআৰিলে । সহাই হোআ ৰজাবিলাকৰ পাঁচ হেজাৰ সেনা সংহাৰ হলত ৰনৰ থলৰ পৰা পলাই গল, আৰু মন্দিৰৰ ব্ৰাহ্মনবিলাকেও ৰন নিস্ফল হোআ জানি নাৱত উঠি সিংহল দিপলৈ পলাই গল । কিন্তু মহমদে অৱসেস থকা নাওবোৰত আপোনাৰ সেনা এভাগক তুলি পলাই জোআ ব্ৰহ্মনবিলাকৰ পাচত পঠাই দিলে; তাতে সেনাবোৰ গৈ ব্ৰাহ্মনবিলাকৰ অনেক নাও ধৰিলে, আৰু কেতবোৰক পানিত ডুবালে, কেৱল অলপ লোকৰহে প্ৰান ৰখ্যা পৰিল ।

পাচে মহমদে নগৰৰ মাজলৈ সোমাই মন্দিৰৰ সমুখলৈ আহিল, আৰু মন্দিৰৰ চমত্কাৰ প্ৰভাও দেখি অতি আচৰিত মানিলে । কিন্তু তেঁও আপোনাৰ তৰোআল উলিয়াই সোমনাথ মুৰ্ত্তিৰ নাক কাটি পেলালে, আৰু তাৰ নিচেই গুৰি কৰি নষ্ট কৰিবলৈ আগ্যা কৰিলে । মুৰ্ত্তিক গুৰি কৰিবৰ সময়ত ব্ৰাহ্মনবোৰে মহমদৰ খেমা মাগিলে, আৰু সেই মুৰ্ত্তিক ৰখ্যা কৰিবৰ নিমিত্তে অনেক কোটি ধন দিবলৈ স্বিকাৰ কৰিলে । কিন্তু মহমদে উত্তৰ কৰি কলে, বোলে, মই মুৰ্ত্তি বেচা কিনা কৰি হাত মলিন কৰিবৰ নিমিত্তে ইমান দুৰলৈ অহা নাই । পাচে তেঁওৰ সেনাবোৰে সোমনাথ মুৰ্ত্তি কাটোঁতে কাটোঁতে ব্ৰাহ্মনবিলাকে তাক ৰাখিবলৈ জিমান ধন দিম বুলি গাত লৈচিল, তাতকৈও অধিক হিৰা আৰু বহু মুল্য সোন মুৰ্ত্তিৰ পেটত পালে । মুৰ্ত্তিৰ ভিতৰত পোআ ধন আৰু মন্দিৰৰ লুট কৰা ধনো গোটাই গজনিনলৈ পঠালে, আৰু সোমনাথ মুৰ্ত্তিকো ডোখৰ ডোখৰ কৰি মেকা আৰু মদিনালৈ পঠাই দিলে, তাতে মানুহৰ ভৰিৰে গচকিবৰ নিমিত্তে সেই মুৰ্ত্তি নগৰৰ বাহিৰ দুআৰৰ তলত পেলাই দিলে । মহমদে সেই ঠাইত সৰহ ৰখিয়া নো হোআ দেখি মনত সন্তোস পালে, আৰু সেই কাৰনে তাতে আপোনাৰ ৰাজধানি কৰিবলৈ মন থিৰ কৰিচিল; কিন্তু তেঁওৰ প্ৰধান মন্ত্ৰিবিলাকে বাধা কৰাত নিবাৰন হল । তাৰ পাচে মহমদে সিংহল দিপ আৰু পেগু দেসৰ বহু ধনৰ বাত্ৰা সুনি, সেই সেই দেসতো গৈ জুধ কৰিবলৈ ইচা কৰিলে । এই সেস জুধত তেঁও দুই বচৰ চ মাহ বিদেসত থাকিল । পাচে জাত্ৰা কৰোঁতে তেঁওৰ সৈন্যবিলাকে বাট হেৰুআই বহু দুখ পালে; এই কাৰনে জি হিন্দু মানুহে তেঁওক বাট দেখুআই নিচিল, সি বাট হেৰুআৰ কাৰন বুজিবৰ হেতুকে তাক সাস্তি কৰিলে, পাচে সেই বাট দেখুউআ হিন্দু মানুহটে কলে, বোলে, মই সোমনাথৰ এক বামুন, তুমি আমাৰ সোমনাথৰ মুৰ্ত্তি নষ্ট কৰিলা, তাৰে প্ৰতিফল দিবৰ নিমিত্তে মই তোমোলাকক ইমান দুখ দিচোঁ । এই কথা সুনা মাত্ৰকে মহমদে তাৰ মুৰ কাটি পেলালে ।

Death of Mahomed of Ghazni.

ইয়াৰ পাচত আপোনাৰ ম্ৰিত্যু কাল ওচৰ হেন জানি সেই সাহিয়াল আৰু নিৰ্দয়া বাদস্যা মহমদে আপোন ভঁৰালৰ সকলো সোন, ৰূপ, অলঙ্কাৰ, আৰু সকলো লুট কৰি অনা ধন, আৰু জয়ধনিৰ নিচান আপোনাৰ সমুখলৈ আনি থবলৈ আগ্যা কৰিলে; সেই সকলো বস্তুৰ ওপৰত দ্ৰিষ্টি কৰি তেঁও ক্ৰন্দন কৰিবলৈ ধৰিলে; আৰু তাৰ পাচ দিনা আপোনাৰ সৈন্য সকল, উট, হাঁতি, ঘোঁৰা, এই সকলকো তেঁওৰ সমুখলৈ আনি থবলৈ আগ্যা কৰিলে, পাচে আপোনাৰ ৰাজ সিংহাসনত বহি কেতখনি বেলালৈ সকলোকে চাই আকৌ ক্ৰন্দন কৰিলে, আৰু অতি নম্ৰ ভাৱে ৰাজ ঘৰলৈ গুচি গল । পাচে তেঁও কেৱল পাৰ্চিৰ ইৰাক দেস আপোন বৰ পুতেকক দি সৰু পুতেক মহমদক মহা ৰজাৰ ভাৰ দিলে । পাচে একুৰি পোন্ধৰে বচৰ ৰাজ ভোগ কৰি তিনি কুৰি তিনি বচৰ বয়সিয়া হৈ ১০৩০ সঁকত ম্ৰিত্যু হল ।

চুলতান মহমদৰ অনেক গুন আচিল; তাৰ মাজত অলেস নাহ আৰু চোকা বুধি । কিন্তু

মহমদৰ নিচিন্দা অতি নিদয়া গুনত বাহিৰে আন সকলো গুন উত্তম আছিল। তেওঁ নানা জুধত জি ধন সাঁচিলে, সি অসেস। তেঁওৰ সভা ধন সোভা কৰিবৰ হেতুকে আচিয়াৰ অতি গিয়ানৱন্ত লোকবিলাকক গোটাইচিল। লোকবিলাকৰ প্ৰতিপালনৰ নিমিত্তে মহমদে সিবিলাকক ৰাখিচিলে এনে ন হই, কিন্তু কেৱল অপোনাৰ গৌৰও প্ৰকাস কৰিবৰ নিমিত্তেহে সিবিলাকক সমাদৰ কৰি ৰাখিচিলে। কিন্তু সেই কালত সকলোতকৈ খিয়াতিমন্ত ফৰিদু নামে কবিৰ প্ৰতি তেঁওৰ নিগ্ৰহ হোআত তেঁওৰ নামত অথাই দুৰ্জস হল।

তেঁওৰ আগেএ কোনো মচলমান ৰজা এনে পৰাক্ৰমি ঐস্বৰ্জ্যৱন্ত হোআ নাই, আৰু ইমান ধনো সঁচা নাই, ইমান দেসৰ ওপৰতো অধিকাৰ হোআ নাই, আৰু মানুহৰ তেজেৰে আপোনাৰ হাতকো ৰুন্ধুৰিওআ নাই। কাস্পিয়ন সমুদ্ৰৰ পৰা হিমালইলৈকে, আৰু সোন সাগৰৰ পৰা গঙ্গালৈকে এই সকলো দেস তেঁওৰ অধিন আছিল। গজনিনৰ নগৰত তেঁও গিয়ানি আৰু বিদ্যাৱন্ত লোকক অতি সমাদৰ কৰিচিল, কিন্তু কনৌজপুৰ, থানেস্বৰ, দিলি, নগৰ কোঁঠ, মথুৰা আৰু সোমনাথৰ নগৰ, এইবোৰত অতিসই অয়বুক্ত হৈ আপোন মনৰ নিৰ্দয়া প্ৰকাস কৰিচিলে। তেঁও জই ন কৰা পচিম হিন্দুস্থানৰ কোনো দেস নাচিল, কিন্তু নিজিৰোআকৈ ধৰৰ আসাৰে সিবিলাকৰ সকলো ধন লুট কৰি সলে, আৰু হিন্দুবিলাকৰ জি জি মান্য কৰা বস্তু আছিল, সেই আটাইকে তেঁও আপোনাৰ ভাৱৰ ভগ কৰিচিল। তেঁও তেৰ কুৰি বচৰলৈকে হিন্দুস্থানৰ সকলো ঠাই উত্‌পাত কৰিচিলে, আৰু জদি এই কুৰভাৱো তেঁৰে সৈতে মিত্যু হোআ হলে, তেতিয়াও হিন্দুস্থান দেসৰ আনন্দ হলহেঁতেন, কিন্তু জি নিৰ্দয় অয়বুক্ত লোকবিলাকৰ বিৱৰন আমি লিখি বুজাম সিবিলাকৰ মাজৰ মহমদ কেৱল প্ৰথমহে।

মহমদৰ বয়হে ১৫৪ বচৰ ৰাজ্য ভোগ কৰিচিল। তেঁওৰ মৰনৰ পাচত ১১৮৪ সঁকলৈকে চৈধ্য জন ৰজা গজনিনৰ সিংহাসনত বহিল। এই সময়ৰ অধিক ভাগে গজনিনৰ পচিম কালৰ চলজুকিয়া ৰজাবিলাকে ৰাজ্যৰ উত্তপাত কৰিচিল; সিবিলাকৰ মাজৰ চাৰি জন গিয়ান আৰু সাহত অতিসই নিপুন হৈচিল। এই চলজুকিয়াবিলাকৰ ৰজহ মহমদৰ ৰজহে সৈতে সদাই জুধ কৰে; আৰু জিমান বেলি ইফালে জই হই, সিমান বাৰ সিফালেও জই হই। সেই চলজুকিয়া ৰজাবিলাকে প্ৰাই কেতিয়াও হিন্দুস্থানক আক্ৰমন কৰা নাই, সেই কাৰনে সিবিলাকৰ বিৱৰন লিখাত একো প্ৰয়োজন নাই।

মহমদৰ পাচে জি জি ৰজাবিলাকে সিংহাসনত উঠিচিল, সিবিলাকৰ বিৱৰন লিখোঁতে উত্তপাত জুধ ৰগাৰ, বধ, এই এই অচেদ ধাৰা লিখিব লাগিব। সেই ৰজাবিলাকৰ মাজত মহমদৰ সমান গিয়ানি আৰু সাহিয়াল প্ৰাই কোনো নাই কিচিল, আৰু মহমদে হিন্দুস্থানৰ জি জি ৰাজ্য জই কৰি সিবিলাকক দিচিল, সেইবোৰক সিবিলাকে ৰহাব নোআৰিলে। সিবিলাকৰ নানা দুৰ্জনালি আৰু বধ কৰাৰ বিসই লিখিলে কেৱল পাঠকবিলাকৰ দুখ হব; তথাপি পাচৰ তেৰ স বচৰৰ ইতিহাসৰ মাজত ইয়াত বাহিৰে আৰু একো নাই। এই কাৰনে আমি কেৱল প্ৰধান প্ৰধান বিৱৰন লিখিম, আৰু ইবিলাকৰ মাজত জেয়ে হিন্দুস্থানক নতুনকৈ আক্ৰমন কৰিচিল, তাকে প্ৰকাস কৈ লিখিম।

---

## গজনিনৰ দুতিয় ৰজা মহমদৰ আখ্যান।

**Mahomed, Second King of Ghazni.**

মহমদ আৰু মচউদ এই দুই মহমদৰ জঁজা সন্তান আছিল। তেঁও আপোনাৰ প্ৰজাবিলাকৰ জিহত ৰাজা আছিল, তাকে গুচাই মহমদক সিংহাসন দিলে। মচউদে আপোন বাপেকৰ মিত্যুৰ বাত্ৰা সুনি পাৰ্চিৰ দেসৰ পৰা ভৰিৰে খোজ কাঢ়ি ভায়েক মহমদৰ ওচৰলৈ ৰাজ্য লবৰ কাৰনে আহিল। মহম

দে ৰাজ গোলা মেলি বাপেকে সাঁচি থোৱা ধন গিয়াস্তি বন্ধুবিলাকক বিলাই দিলে। তেঁও এই ৰুপে ধন বই কৰাতো সৈন্যবিলাকৰ চেনেহ পাব নোআৰিলে, কিয়নো তেঁওৰ ককায়েকলৈ সকলোৰে মন আছিল। মচউদৰ অতি সাহ, আৰু গিয়ান আৰু সাধুৰ লখ্যন থকাত তেঁও সিংহাসনত বহিবলৈ জোগ্য আছিল। তেঁও কাঁৰৰ দোঅৰায়েই অতি ডাঙৰ হাতিকো মাৰিব পাৰিছিল, আৰু তেঁওৰ এনেহে গদা আছিল, তেঁওত বাহিৰে আনে তাক দাঙ্গিবকে নোআৰে। মহমদে আপোন ককাই মচউদৰ সহিত মিল হবলৈ নগৰৰ বাহিৰে ওলাই আহিল, কিন্তু বাটত জাঁওতে তেঁওৰ সেনা সেনাপতিবিলাকে তেঁওক এৰি মচউদৰ হাতত তেঁওক সমৰ্পন কৰালে, তাতে মচউদে সেই বিৰোধ গুচাবৰ কাৰনে মহমদৰ চকু কাঢ়ি পেলালে। আৰু জি ঐশ্বৰ্জ আৰু প্ৰভাৱেৰে ভুসিত হৈ গজনিন নগৰৰ বাহিৰলৈ আহিছিল, তেনে মহমদ কিৰিটি আৰু চকু হিন হৈ পুনৰাই দুখিত ভাৱে তাৰ ভিতৰলৈ গুচি গল।

## গজনিনৰ ত্ৰিতিয় ৰজা মচউদৰ আখ্যান।

Masaud, Third King of Ghazni.

মচউদে আপোনাৰ বাপেক মিত্যু হোৱাৰ পাঁচ মাহৰ পাচত সিংহাসনত উঠিল, তেঁওৰ বাপেক আৰু ভায়েকে জি জি লোকবিলাকক ৰনত জই কৰি বন্দি কৰি থৈছিল, সেই আটাইবোৰকে মুকলি কৰি দিলে। তেঁও সিংহাসনত উঠাৰ আগেয়ে জি উদণ্ডটালি আছিল, তাৰ মাজত তেঁওৰ পিত্ৰিএ জই কৰা ভাৰত বৰ্ষৰ কেতবোৰ নগৰ স্বতন্ত্ৰ হল। সেইবোৰৰ অহিতে মচউদে আপোনাৰ সৈন্য লৈ গল, সৰস্বতি নামে এক কোঁঠ বেৰিলেগৈ; পাচে আৰু সেই কোঁঠৰ সৈন্যবোৰে তেঁওৰ মিল হবলৈ জতন কৰিলে; কিন্তু নিৰ্বন্ধ কৰাৰ আগেয়ে সেই কোঁঠত বন্ধ হৈ থকা কেতবোৰ মচলমান মানুহৰ ক্ৰন্দন কৰা এবাও মহমদৰ ফৌজৰ কানত পৰিল, তেতিয়াই সিবিলাকৰ জাতুল্যমান খৰ উঠি একে বাৰে কোঁঠ আক্ৰমন কৰি লৈ তাৰ অধিকাৰ হল, আৰু লৰাৰ পৰা বুঢ়ালৈকে, তিৰিৰ পৰা পুৰুষলৈকে সকলো লোকক বধ কৰি, তাৰ ভিতৰত থকা আটাই বস্তু লুটি ললে। ইয়াৰ মাজত তাৰ পশ্চিম কালৰ চলজুকিয়া ৰাজ্যে আপোন দেস আক্ৰমন কৰি গজনিনৰ দুৱাৰৰ ওচৰ পালেগৈ, তথাপি সিইতক অতি বেগে খেদোৱা হল। এই সময়ত গজনিনত এটা ৰাজ ঘৰ সাজি এঁটোৱা হল, আৰু তাৰ মাজত এখন মহা সিংহাসন থাপনা কৰিলে, আৰু তিনি কুৰি দহ মোন সুধ সোনাৰে সজা মনি মুকুতা আদিৰে গঁথা এক কিৰিটি সেই সিংহাসনৰ ওপৰত আৰি থলে; তাৰ তলত মচউদ বহি প্ৰতি দিনে প্ৰজাবিলাকৰ নিবেদন সুনে।

Seizes Hansi—Defeated by the Seljukians.

১০৩৫ শকত তেঁও হিন্দুস্থানলৈ জাত্ৰা কৰিবলৈ আৰম্ভন কৰিলে, আৰু হাঞ্চি নামে এক কোঁঠ বেৰিলে, সেই নগৰৰ কথা ৰামুনবিলাকে কই বোলে, সি অজই, তাক কোনোএ জই কৰিব নোআৰে। কিন্তু তেঁও চই দিনলৈকে ৰন কৰি, সেই কোঁঠ আৰু তাৰ নগৰকো ললে, পাচে সেই ঠাইতে বহু ধন গোটাই ৰাখি দিলিৰ পৰা ২০ ক্ৰোচৰ ভিতৰত থকা চোনপত নামে এক ঠাইলৈ জাত্ৰা কৰি গল। তেঁও সেই ঠাই পোৱা মাত্ৰকেই তাৰ অধিকাৰ জইপাল হাৰিবলৈ ওলাই গল; তেতিয়া তেঁওৰ সকলো ধন বস্তু মচউদৰ হাতত পৰিল। তেঁও আপোন পিত্ৰিৰ স্বভাৱেৰে সকলো মন্দিৰ ভাঙ্গি সম ভুমি কৰিলে, আৰু সকলো দেৱতাৰ মুৰ্ত্তিবোৰ কাটি ডোখৰ ডোখৰকৈ পেলালে; পাচে তেঁও আপোনাৰ মন্ত্ৰিলৈ অহঙ্কাৰ ভাৱে এখন পত্ৰ লিখি কলে, বোলে, মই আমাৰ মহমদৰ উদেসে পঞ্চাস হেজাৰ দেওপুজকক বলি দান কৰিলোঁ, আৰু তিনি কুৰি দহ হেজাৰ লোকক ৰনত লাভ পালোঁ, আৰু দহ লাখ সোনৰ মোহৰো লুট কৰি ললোঁ। পাচে তেঁওৰ সেনাপতিবিলাকে তেঁওক হিন্দুস্থানৰ আৰু দুৰৈ হৈ নে জাবলৈ অনেক প্ৰাৰ্থনা

কৰি নিবাৰন কৰিলে; আৰু এটা দ্রিষ্টান্তৰ দোআৰাই কলে, বোলে, চলজুকিয়া মানুহ আগেএ গুৰি পৰুআৰ নিচিনা আছিল, কিন্তু এতিয়া সাপৰ নিচিনা হৈছে, এই হেতুকে সিহঁতৰ বিৰোধে জোআ উচিত । পাচে মচউদে তেতিঞ্চনতে উলটি আহি ডিণ্ডাকাৰ নামে এখন পথাৰত চলজুকিয়াবিলাকৰ লগ পালেহি; চলজুকিয়াবিলাকৰ ইমান সৰহ ফৌজ হোআত মচউদৰ ফৌজক চাৰিও ফালে একে বেলি বেৰি পেলালে; আৰু অতি বেগতে মচউদৰ সৈন্যক আক্রমন কৰি জই কৰিলে, আৰু গজনিনৰ সৈন্যবোৰক এনেহে ৰনত ভাগৰালে, সিহঁতে প্রথম ৰনলৈ আৰম্ভন কৰোঁতেই পাচলৈ হুহকি গল, আৰু মচউদৰ অনেক সেনাপতি সত্রুবোৰৰ ফলিয়া হৈ আত্রুই ললে, আৰু কেতবোৰ গজনিনলৈ পলাই গল ।

মহা সাহিয়াল মচউদ অৱসেস সেনাবোৰক লগত লৈ সত্রুবোৰৰ মাজে দি বাট কৰি আৰৰ কাৰনে তাৰ মাজত সোমাল, কিন্তু সত্রুৰ সেনা অতি সৰহ হোআত মচউদৰ সেই সাহ বিফল, কিয়নো বলে নোঅৰাত আকও আপোনাৰ ৰাজধানিলৈ বেগতে পলাই আহিব লগা হল । আপোনাৰ নগৰ জেতিয়া পালেগৈ, তেতিয়া জিবোৰ সেনাপতিএ তেঁওক ৰনত এৰি পলাই আহিল, সেই আটাইবিলাকক জনমভৰ বন্দিসালত বান্ধি থলে । চলজুকিয়াবিলাক অতি সাৱধানে থকাত মচউদে এই সকলো হৰা মুৰা নু গুচালৈকে হিন্দুস্থানত থাকিবলৈ আৰু ইচা ন কৰিলে; এই হেতুকে তেঁও আপোনাৰ সকলো ধন উটৰ ওপৰত ভৰা দি গজনিনৰ পৰা লাহোৰৰ ফালে জাত্রা কৰি গল, আপোনাৰ ভাই মহমদকো বন্দিসালৰ পৰা মুকলি কৰি লগত ললে । সিন্ধু নদিৰ তিৰ পোআত মচউদৰ দাসবোৰে ৰাজ গোলা লুট কৰিবলৈ সেনাবোৰে সৈতে আলচ কৰি একে মন হল, তাতে এক নিমিসৰ ভিতৰত অতি হৰা মুৰা লাগিব ধৰিলে । আৰু ৰাজ গোলা লুট কৰাত সিবিলাকৰ ইটে সিটৰ মাজত ৰন হৈ কটা কটি কৰিবলৈ ধৰিলে, তাতে জি দুৰ্ঘটনা হল, তাক কবলৈকো মনৰ অগোচৰ কথা হই ।

Mahomed II. reinstated.

সেই জুধত বহু লোক মৰা পৰিল, আৰু সেই দ্রোহিয়াবোৰে মনত ভাবিলে, বোলে, জিমান দিন মচউদ সিংহাসনত থাকিব, সেইমান দিনলৈকে আমিও মহা সঙ্কটত পৰি থকা হম, এই বুলি সিহঁত আটাইবোৰ তাম্বু ঘৰলৈ বেগতে সোমাই মচউদৰ ভায়েক মহমদক বাহিৰলৈ আনি তেঁওকে ৰজা পাতিলে ।

এই দুৰ্ঘটনাত মচউদৰ সাহ আৰু পৰাক্রম স্বভাৱৰ একো ফল ন ধৰিলে । তেঁওৰ দুখিত অৱস্থা দেখি, তেঁওৰ ভায়েকে মৰম কৰি তেঁওত কলে, বোলে, মই তোমাক বধ কৰিবলৈ ইচা কৰা নাই, কিন্তু বধ্যা কৰিবলৈহে ইচা কৰিচোঁ, এই নিমিত্তে জি ঠাইত তুমি কোনো চিন্তা নো হোআকৈ থাকিব পাৰিবা, এনে এটা কোঁঠ বাচি লোআ । তাতে মচউদে কোৰযাকিৰেই নামে এক ঠাই আপোনালৈ বাচি ললে । সেই সময়ত তেঁও এনে দুখিয়া হৈছিল, আপোনাৰ চাকৰক মহিনা দিবলৈকো ভায়েকৰ পৰা খুজিহে সন পাৰ পাৰিচিল । তেঁওৰ সেই ভায়েক দায়া কিন্তু কিৰ্পিন, সেই কাৰনে ককায়েকলৈ কে৲ল পাঁচ স সোনাৰ মোহৰহে পঠালে । সেই কালত মচউদে আপোনাৰ প্রথম দুৰ অৱস্থা হৈছে বুলি বুজিলে, আৰু প্রানৰ কাতৰত বিয়াকুল হৈ কলে, বোলে, হাই, দুৰ্ভগিয়া কঁপাল, কালি মই এক মহা ৰজা হৈ আছিলোঁ, আৰু তিনি হেজাৰ উটৰ ভৰাৰে মোৰ ধন তাৰ বোআ হৈছিল, কিন্তু আজি মই লোকক খুজিব লগিয়া হল, আৰু তাকে কৰাত লোকে হঁহা হলোঁ । এই অপমানত বিয়াকুল হৈ আপোনাৰ চাকৰৰ পৰা এক হেজাৰ সোনৰ মোহৰ ধাৰ কৰি লৈ, আপোন ভায়েকৰ চাকৰক সন্তোস কৰালে, আৰু পাঁচ স সোনৰ মোহৰ লৈ ভায়েকলৈ ওলোটাই পঠালে । ন. ল. ক.

*Printed and published, Non. 1853, by N. Brown, Editor, at the Sibsagor Mission Press.*

# অৰুনোদই সম্বাদ পত্ৰ।

পঞ্চম চোঙা। মোং সিবসাগৰ, মেই, ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ৪।

VOL. V. SIBSAGOR, ASAM, MAY, 1850. NO. 4.



## কাচোআৰি চৰাইৰ বিবৰন।

The Cassowary.

কাচোআৰি চৰাই ওখই তিনি হাত আদ হাত, সিইঁতৰ ঠেঙ্গ দুটা দিঘল, আৰু সিইঁত এনে বলি, ভৰিৰে লাথি মাৰি মানুহটো পেলাই দিব পাৰে। গাটো বৰ ডাঙ্গৰ চুলিৰ নিচিনা সৰু কলা পাখিৰে ঢকা হৈ থাকে। ইইঁতৰ ডিঙ্গিতে মূৰতে পাখি নাই, কেৱল কুকুৰাৰ নিচিনা ৰঙ্গা নিল বৰনিয়া কেঁকোৰা কেঁকুৰি জৰ নিচিনা চালে ডিঙ্গিলৈকে ওলমি চাকি থই। মূৰৰ হাৰতে টান অলপ হালধিয়া ৰঙ্গা জ থাকে, তথাপি সি মূৰৰ হাৰে সৈতে বেলেগ ন হই দেখি তাক জ বুলিব নোআৰি। আৰু ডেউকাৰ সলনি সীঁতিএ কলা পাঁচোটা সলা থাকে, সেয়ে সিইঁতৰ জানিবা প্রধান অস্ত্র, তাৰেই সিইঁতে ইটে সিটে জুঁজ কৰে। আৰু সিইঁতৰ স্বভাও, মাত অতি কঠিন; মঙ্গহবোৰো টান, বিসোআদ; সেই কাৰনে সিইঁতৰ পৰা কোনো লাভ কৰিবলৈ মানুহবোৰ নে জাই। এই চৰাইৰ আকো নবহ ন হই, সিইঁতৰ থকা ঠাইতো অতি অলপ মানহে দেখা পাই, খোজ কাঢ়ি জোআত ঘোঁৰাতকৈও সিইঁতৰ বেগ ডাঙ্গৰ।

এই জাতি চৰায়ে গচৰ গুটি, আলু, এনে বস্তু খাই; পালে কোমল মঙ্গহো খাই। পোহনিয়াবোৰে হলে নিতো দু সেৰ মান ৰুটি খাই। সিইঁতৰ কনি প্রাই আঠ আঙ্গুল মান দিঘল, বৰন কেঁচা নেমু টেঙ্গাৰ নিচিনা; তাৰু সুদা মাটিতে পাৰি বালিৰে চাকি থই। পাচে ৰাতি হলে নিতৌ উমাই, এই ৰূপে উমাই থাকোঁতে একুৰি আঠ দিন মানত পোআলি জগে।

## হিন্দুস্থানৰ বুৰঞ্জি ।

Death of Masaud.

অনেক কালৰ পাচত মহ্‌মদে বুজিলে, তেঁও মকক হোৱাত ৰাজ কৰ্ম্ম ভাল মতে চলাব নোৱাৰিব, সেই নিমিত্তে ৰাজ দণ্ড আপোনাৰ পুত্ৰ আহমদক সমৰ্পন কৰি দিলে । আহমদে আপোনাৰ বৰ বাপেক মচঊদ জিয়াই থকা কালত আপুনি ৰাজ কৰ্ম্ম থিৰ ৰূপে চলাব নোৱাৰোঁ বুলি জানি দুটা চাউতাৰক লগত লৈ বন্দি সালৰ্লৈ গৈ মচঊদক বধ কৰিলে । মচঊদৰ পুত্ৰ মদুদে সেই সময়ত মহা সৈন্য লৈ বলখ নগৰত আছিল; তেঁও এই বাৰ্ত্তা সুনি আপোন বাপেকক বধ কৰোঁতা লোকৰ প্ৰতিফল দিবৰ হেতুকে দৃঢ় প্ৰতিগ্যা কৰি, গজনিনলৈ যাত্ৰা কৰি আহিল, আৰু সেই ঠাই পালত তাৰ লোকবিলাকে তেঁওক অতি আনন্দ আৰু মৰ্জ্জভাবে গ্ৰাহ্য কৰিলে । তেঁওৰ সত্ৰুবোৰে যোগতে তেঁওক লগ পাবলৈ ৰনলৈ যুগুত হল, আৰু সিন্ধু নদিৰ তিৰত দুয়ো কালৰ মহা যুধ হল । পাচে আহমদ ৰনত পৰাজই হল, আৰু মহমদ, আহমদ, আৰু মচঊদক বধ কৰা দুয়ো জন, এই চাৰি জন লোক জই যুক্ত মদুদৰ হাতত পৰিল, তাতে তেঁও সিবিলাকক তেতিয়াৰে বধ কৰিলে । তাৰ পাচত মদুদ ৰনৰ পৰা জই হৈ আহি গজনিনৰ সিংহাসনত বহিল । মচঊদে ৯ বচৰ ৯ মাহ ৰাজ ভোগ কৰিলে, ১০৪১ সঁকত তেঁও বধ কৰা হল । ভয়ঙ্কৰ ভাও আৰু গিয়ানৰত্ত তেঁওৰ এই দুই গুন আছিল । তেঁও বিদ্যাত অতি প্ৰিতি হোৱাত খোৰাচান নগৰত একন লোকে বিদ্যাৰ বিসয়ে এখান পুথি ৰচনা কৰিচিল, তাতে তেঁও সন্তোস হৈ সেই মনুহক এটা ৰূপৰ হাতি বঁটা দিলে । আৰু তেঁও বহু উত্তম উত্তম মচিদ অৰ্থাত নাম ঘৰ সাজিলে, আৰু বিদ্যা সিকাৰৰ কাৰনে অনেক অনেক বিদ্যালই কৰি তাৰ খৰচো আপুনিএই দিচিলে ।

---

## গজনিনৰ চতুৰ্থ ৰজা মদুদ ।

Mosud, Fourth King of Ghazni.

মদুদ সিংহাসনত উঠিএই মহমদৰ পুত্ৰেক নামিৰ অহিতে একন সেনাপতিক পঠালে । সেই পুত্ৰেকে বাপেকৰ প্ৰতিফল দিবলৈ পৰিস্ৰম কৰিচিল, কিন্তু তেঁও পৰাজই হল । মদুদৰ আপোন ভায়েক মাযুদদ নামিতকৈ তেঁওৰ এক মহা সত্ৰু ওলাল; কিয়নো সি কৈচিলে, বোলে, মঞো সেই অৰ্ধ ৰজ্যৰ অধিকাৰ হম আৰু গজনিনৰ অধিন হোৱা ভাৰত বৰ্ষৰ যি যি প্ৰদেস আচিল, তেঁও সেইবোৰৰ ওপৰত অধিকাৰ হল । পাচে তেঁও থিৰ কৰি জিমান সেনা গোটাই লৈ আপোনাৰ ভায়েকৰ অহিতে গৈচিল, সেই সেনাবোৰৰ আগত মদুদৰ সেনাবোৰে থমকিবই নোৱাৰিলে, তাতে মদুদক এৰি অনেক সেনাপতি পলাই গল । যি দিনত ৰন কৰিবলৈ থিৰ কৰা হৈচিল, সেই দিনতে অতি ৰাতিপুৱাই সজ্যাৰ ওপৰত মাযুদদক মৰি থকা পালে, আৰু তাৰ পাচৰ দিনতো তেঁওৰ মন্ত্ৰি আৰু সেনাপতিও সেই ৰূপে সজ্যাতে মৰি থকা দেখিলে । এই কাৰনে মদুদলৈ সকলো লোকে ভয়েৰে সংসই কৰিব ধৰিলে । সেই দুই প্ৰধান সত্ৰু মৰা হোৱাত তেঁওৰ সৈন্যবিলাক মদুদৰ হাতত পৰিল ।

Wars with the Seljukians, and Hindus.

এই সময়ত চলজুকিয়াবিলাকে গজনিনৰ ৰাজ্যৰ ওপৰত পুনৰাই আক্ৰমন কৰিবলৈ থিৰ কৰিলে, আৰু পাৰ্চি দেসত থকা ইৰাক আৰু খোৰাচান প্ৰদেসত সিইতে অতি দৃঢ় ভাবে আক্ৰমন কৰাত মদুদে বহু স্ৰমেৰেও তাৰ পৰা সিইতক খেদাব নোৱাৰিলে । মহমদে দু কুৰি বচৰলৈকে তৰোৱাল আৰু অগ্নিৰ দোৱাৰাই ভাৰত বৰ্ষৰ ওপৰত যি মহা যাতনাৰে দুখ দিচিলে, তাৰ কাৰনে তেঁওৰ ৰক্ষহলৈ ক্ৰোধেৰে পুৰ হৈ হিন্দুস্থানৰ উত্তম ভাগৰ ৰজাবিলাকে চলজুকিয়াবিলাকৰ দোৱাৰাই গজনিনৰ পচিম ভাগ দেস আক্ৰমন হোৱা দেখি, সেই সময়েই উত্তম কাল হোৱা জানি গজনিনৰ পুব ভাগক সিবিলাকেও আক্ৰমন কৰি লবলৈ যুগুত হল । এই ৰূপ আলচ কৰাবিলাকৰ মাজৰ প্ৰধান দিলি ৰজা, তেঁৱে বহু সংখ্যা ফৌজ গোটাই লৈ, মচলমনবিলাকৰ প্ৰধান আৰু ৰনত জই কৰিবলৈ

অসাধ্য হোৱা এনে জি ঠাই আছিল, তাকে বেৰি ধৰি, অলপ ষুধতে হাঙ্গি সক্ত থানেৰৰ নগৰ ললে। কিন্তু চাৰি মাইলৈকে নগৰ কোঁঠৰ সমুখতে বাস কৰি আছিল, সেসে সেই ঠাইৰ লোকবিলাকে সিবিলাকৰ আগত আৰু কাল থমকিব নোআৰি সেই কোঁঠ সিবিলাকলৈ এৰি দিলে। পূৰ্ব্বে জি মূৰ্ত্তি চুলতান মহমদে গজনিনলৈ লৈ গৈছিল, বামুনবিলাকে তদ্ৰুপ এক মূৰ্ত্তি আকও নিৰ্ম্মান কৰিলে, আৰু জি ৰাতিত নগৰকোঁঠ সিবিলাকৰ হাতত সমৰ্পন কৰা হল, সেই ৰাতিতে সিবিলাকে গুপুত ভাৱে ভিম নামে মন্দিৰত সেই মূৰ্ত্তি সুমাই ৰাখি থলে। জেতিয়া প্ৰথমতে লোকবিলাকে সিংহাসনৰ ওপৰত সেই মূৰ্ত্তি বহুআই থোৱা দেখিলে, তেতিয়া আনন্দেৰে হৰ্সিত হৈ জেনে-হে কোলাহাল কৰিলে, তাক লিখিবলৈকে আসাধ্য। সেই ৰূপে পুনৰাই মন্দিৰ আগৰ দৰে প্ৰসিধ হল, আৰু ব্ৰাহ্মনবিলাকৰো লাভৰ আসা ওলাল; আৰু হিন্দুস্থানৰ সেস সিমাৰ পৰাও জাত্ৰিকবিলাকে মূৰ্ত্তি সেৱা কৰিবৰ কাৰনে বেগতে অহা জোআ কৰিব ধৰিলে। সেই একে লগ হোৱা ৰজাবিলাকৰ জই হোৱা দেখি, আন আন ৰজাবিলাকেও আসা কৰি সিবিলাকৰ লগত মিল হল, আৰু সকলোএ গোট খাই লাহোৰ নগৰক বেৰি ধৰিলে। লাহোৰৰ সৈন্যবিলাকে সেস আপদ পাই, আপোনাক বেৰি ধৰা হিন্দু সৈন্যবিলাকৰ ওপৰত এদিন অকস্মাতে এনেহে ষুধ কৰিলে, সেই এবেলিৰ ৰনতে সিবিলাকে আৰু থাকিব নোআৰি হঁহকি গল। অনেক কালৰ পাচত সিবিলাকৰ মাজত বিৰোধা বিৰোধি হবলৈ ধৰাত অনেকবিলাকে মচুদৰ ফলিয়া হল, সেই কাৰনে মচুদে হিন্দু ৰজাবিলাকৰ বিৰোধ কৰাবোৰক নষ্ট কৰি, তেতিয়াৰ পৰা পুনৰাই আপোনাৰ ৰাজ্যৰ উত্তম মতে থিৰ কৰিলে।

তেঁও আপোন ৰাজ্যৰ অৰসেস কালত বেলিএ বেলিএ বিৰোধ কৰা চলজুকিয়াবোৰে সৈতে সদাই ষুধৰ কৰমতহে কাল নিয়ালে। কিন্তু মচুদৰ সেনাপতিবিলাকে অনেক বাৰ সিইতক ৰনত পৰাজই কৰিলে, আৰু মচুদেও সিইতক একে বাৰে নষ্ট কৰিবৰ আসাৰে আপোনাৰ সকলো সৈন্যক গোটাই একে ঠাই কৰি সিইতে সৈতে ৰন কৰিবলৈ ওলাই গল, কিন্তু বাটত সিবিলাকৰ কোনো বিঘিনি হোৱাত গজনিনলৈ পুনৰ গমন কৰি গল। তেঁও ৯ বচৰ ৰাজ ভোগ কৰি, ১০৪১ সঁকত মিৃত্যু হল।

## গজনিনৰ পঞ্চম ৰজা দুতিয় মচউদ।

**Masaud II. Fifth King of Ghazni.**

মদুদ ৰজা মৰনৰ পাচত তেঁওৰ দুই সেনাপতি আলি আৰু হাজিব আপোন আপোন ইচাৰে ৰজা পাতি সিংহাসনত বহুআবলৈ উদ্যোগি হল। আলিএ চাৰি বচৰ বয়সিয়া মদুদৰ পুত্ৰ মচউদ কোঁৱৰক আনি ৰজাৰ অভিসেক কৰিলে। কিন্তু মান্যৱন্ত লোকবিলাকে সক লৰাৰ ৰাজ সাসনত অসম্মত হল, আৰু জি জি মানুহবিলাকে লৰাৰ সাসনত অনেক ভাৱে অনুচিত দেখিলে, সেইবিলাকে হাজিব সেনাপতিৰ লগ লৈ তেঁওৰ আলচ গ্ৰাজ্য কৰিলে। হাজিবে মিৃত্যু ৰজাৰ ভায়েক অৰ্থাত মচউদৰ পুত্ৰ আবদুল হচেনক সিংহাসনত বহুআবলৈ ইচা কৰিলে। এই মহা ৰাজ্যৰ ভোগ নিচই কৰিবৰ নিমিত্তে দুয়ো সেনাপতিৰ মাজত প্ৰধান ষুধ লাগিল। অন্তে হাজিবৰ জই হোৱাত মচউদ কোঁৱৰে চই দিন ৰাজ ভোগ কৰাৰ পাচত ৰাজ্য নষ্ট হল; আৰু তেঁওৰ সত্ৰুএ সিংহাসনত বহিল।

## গজনিনৰ সষ্ট ৰজা আবদুল হচেন।

**Abdul Hosen, Sixth King of Ghazni.**

আবদুল হচেনে আপোন ৰাজ্য থাপন কৰিবৰ নিমিত্তে মিৃত্যু হোৱা তেঁওৰ ভাই মদুদৰ ভাৰ্জাক বিবাহ কৰি ললে। আলি সেনাপতি হাজিবৰ লগত ৰনত পৰাজই হৈও থিৰ ভাৱে থাকিল, আৰু মুলতানলৈ গৈ তাৰ প্ৰদেসত ভোগ কৰিবলৈ ধৰিলে। সেই কালতে মহা চুলতান মহমদৰ পুত্ৰ আবদুল ৰাচেদ নামে এজন নতুন ভয়ানক সত্ৰু ওলাল; মদুদে তেঁওকে আগেয়ে বন্দিসালত বন্দি কৰি

হৈছিল । মদুদৰ সেনাপতি বিচাধে আপোনাৰ অধিকাৰৰ মৃত্যুৰ বাত্ৰা সুনি আবদুল ৰাচেদক বন্দিসালৰ পৰা মুকলি কৰি দিলে, আৰু সেই জনকে সিংহাসনৰ অধিকাৰ কৰিবলৈ মনত ভাবি তেঁওৰ সহাই হবলৈ নিচই কৰিলে । তেঁওৰ গিয়াতি বন্ধুবিলাক নিতে নিতে বাৰ্হি জাৰ ধৰিলে, আৰু আবদুল হচেনৰ ৰাজ ভোগৰ দুতিয় বচৰত বিচাধ সেনাপতিএ গজনিনৰ ওপৰত আক্ৰমন কৰিলে । গজনিনৰ সেই দুৰ্বলি ৰজাই এই বাত্ৰা সুনি আপোনাৰ ৰাজ গোলা মেলি আপোন সৈন্যবিলাকক ধন বিলাই দিবলৈ ধৰিলে; কিন্তু এনে কৰম কৰাত তেঁওৰ ফলিয়া হোৱা লোকবিলাকৰ একো সক্তি ন হৈ অকল দুৰ্বল বাৰ্হিহে গল । পাচে আবদুল ৰাচেদ আহি তেঁওৰ সমূখ হোআত, তেতিয়া দুয়োৰো ঘোৰ যুধ হল; তেতিয়া আবদুল হচেনে মনত ভাবি জানিলে, বোলে, জি ঠাইত সাহ নে থাকে, সেই ঠাইত বহু ধন থাকিলেও একো কৰম সিধি হব নোআৰে । তাৰ পাচে তেঁও পৰাজই হল, তাতে আবদুল ৰাচেদ আপোনাৰ বিশ্বাসি সৈন্যবিলাকৰ জয়ধনি সুনি সুনি নগৰৰ ভিতৰ সোমাল । কিন্তু আবদুল হচেন বনত হ্বাৰি পলাই গল । তথাপি কেতবোৰ জমিদাৰ লোকে তেঁওক ধৰি আনি জই হোৱা ৰজাৰ হাতত সমৰ্পন কৰি দিলে; তাতে আবদুল ৰাচেদ ৰজাই তেঁওক দিলিৰ বন্দিসালত বন্দি কৰি ৰাখিলে ।

## গজনিনৰ সপ্তম ৰজা আবদুল ৰাচেদ ।

**Abdul Rashed, Seventh King of Ghazni.**

এই ৰজাই ১০৫২ সকত ৰাজ্য সাসন কৰিবলৈ আৰম্ভ কৰিলে, আৰু দহ মন মোহা দানৰ দোআৰাই আলি সেনাপতিকো তেঁওৰ অধিন কৰি ললে; আৰু তেঁওক গজনিনলৈ অনালে, আৰু হিন্দুস্থানৰ প্ৰদেসৰ ওপৰত আপোনাৰ সেনাপতি হাজিবক ৰাখি থলে । হাজিবে অনেক কাললৈ স্ৰুম কৰি নগৰ কোঁঠ নামে কোঁঠৰ অধিকাৰ হল । তোগৰুল নামে মদুদৰ এজন সেনাপতি হৈ তেঁও ৰজা হোআৰ কালত তেঁওৰ অহিতে উঠিচিল, আৰু গজনিনৰ সিংহাসন পাবলৈ মিচাকৈ স্ৰুম কৰিচিল; সকলো মানুহে সেই সেনাপতিৰ সহাই হবলৈ মন আচে বুলি সি আপোনাৰ মনতে ভাবিচিলে । আবদুল ৰাচেদে সিংহাসনত উঠা কালত সেই তোগৰল সেনাপতিএ আগেএ তাৰ আপোন অধিকাৰলৈ দ্ৰোহ পাতিচিল, সেই কথালৈ নে চাই তাকে পুনৰাই চেস্তান নামে এক প্ৰদেসৰ ওপৰত অধিকাৰ পাতিলে, আৰু আগৰ কালত কোনো সেনাপতিক জেনে পৰাক্ৰম কেতিয়াও কোনো ৰজাই দিয়া নাই, তেনে অতি পৰাক্ৰম তাক দিলে । তোগৰল আপোন মনত তেঁওলৈ অনুপকাৰি আচিল, এই কাৰনে সি সেই পৰাক্ৰম পাই নিয়াই কৰোঁতা ৰজাৰ ৰাজ্য নষ্ট কৰিবলৈ মন কৰিলে । এই হেতুকে সি সৈন্যে সমনিতে গজনিনলৈ গল, আৰু জেনে দ্ৰিঢ় ৰূপে সি নগৰ ধন বেৰি ধৰিলে, দুৰ্ভগিয়া ৰজাই তাকে দেখি একেবাৰে কোঁঠলৈ পলাই গল । পাচে তোগৰলে কোঁঠ জই কৰি ললে, আৰু সেই অনুপকাৰি অধমে আপোন অধিকাৰ ৰজাক তাৰ সমুখলৈ আনি ৰজাক আৰু ৰজাৰ বংসৰ ন জন লোকক বধ কৰিলে । ৰজাৰ বংসৰ মাজৰ কেৱল ফেৰুখজাদ নামে এজনৰ প্ৰান ৰখ্যা পৰিল, আৰু তেঁওৰ বংস নাস কৰা তোগৰলে বলতকাৰ ৰূপে সেই ৰাজ বংসৰ আক্কা নামে এক তিৰিক বিবাহ কৰি ললে । তোগৰলৈ দেসৰ সকলো অধিকাৰবিলাকক আপোনাৰ আগত সাধ্যাত কৰিবৰ হেতুকে গজনিনলৈ আহিবলৈ আগ্যা কৰিলে; কিন্তু হাজিৰ সেনাপতিএ এই বিনাস কৰোঁতা মানুহৰ পৰাক্ৰম কোনো ৰূপে হানি কৰিব নোঅৰাত, তেঁওক সমূলি নষ্ট কৰিবৰ কাৰনে আক্কা ৰানিৰ সহিত আলচ কৰিব ধৰিলে । তোগৰলৰ অনুপকাৰৰ গুনত সকলো মানুহে বৰ বেজাৰ পাইচিল, সেই কাৰনে সকলো দেসৰ লোকে তেঁওৰ অহিতে উঠিবলৈ জুগুত হৈচিল, আৰু অতি সাহিয়াল দহ জন মান্যৱন্ত লোকেও এনে বিনাস কৰোঁতা তোগৰলৰ হাতৰ পৰা পৃথিবিক উধাৰ কৰিবলৈ নিচই কৰিলে । এই ৰূপে আলচ কৰি থাকোঁতে জি

কালত তোগৰল মহা ৰজাই নিৰ্ভয়ে মহা ঐশ্বৰ্জ ৰূপে সিংহাসনত বহি ৰাজ্য সাসন কৰি আছিল, এনে কালত সেই দহ জন সাহিয়াল লোকে ৰজাক মান সত্কাৰ কৰিবৰ চলেৰে আহি একে বেলিএই সকলোএ গুপুতে অনা অস্ত্ৰ উলিয়াই ৰজাৰ পেটত ভৰাই দিলে, তাতে সেই ৰাজ বংস নাস কৰা ৰজাক প্ৰিথিবিৰ পৰা গুচুআ হল ।

Appointment of his Successor.

ইয়াৰ পাচত হাজিব সেনাপতি আপোনাৰ সৈন্য সমনিতে আহি গজনিন নগৰ পালেহি, আৰু ৰাজ সভাৰ সকলোকে গোটাই মহমদৰ কোনো সন্তান আচে নে নাই, তাৰ বিচাৰ কৰি সুধিলে । তাতে কোনো এক কোঁঠৰ মাজত ফেৰুখজাদ, ইব্ৰাহিম, আৰু চুজা, এই তিনি জন বন্দি হৈ কইদত পৰি আচে, ইয়াৰ সন্তান পাই, সিবিলাকক সেনাপতিএ বাহিৰ উলিয়াই আনিবলৈ আগ্যা কৰিলে, আৰু গুটি বুজালে জাৰে নামত গুটি পৰে, সেই জনে ৰজাৰ বাব পাই সিংহাসনত বহিব, ইয়াকে নিচই কৰিলে । পাচে গুটি বুজুআ বুজি কৰাত ফেৰুখজাদৰ নামত গুটি পৰিল; সেই খেনতে তেঁও ৰজা হৈ সিংহাসনত উঠি আপোন গিয়াতি বন্ধুবিলাকৰ মৰ্জতাৰ হেতু হল । কিন্তু আবদুল ৰাচেদ কেৱল এক বচৰ মাথোন ৰাজ্য ভোগ কৰিবলৈ পালে; তথাপি তেঁওৰ নিচিনা জোগ্য নাচিল । তোগৰল সেনাপতিএ এদিন এই কথা কৈচিলে, বোলে, জেতিয়া আবদুল ৰাচেদে তেঁওৰ কোনো কাৰ্জত আপোন নাম হাত আখৰ লিখি দিচিলে, তেতিয়া তেঁওৰ হাত কঁপিবলৈ ধৰিচিল, সেই হেতুকে তোগৰল সেনাপতিএ ভাবিলে বোলে, এই মানুহ ৰাজ সিংহাসনৰ জোগ্য ন হই ।

## গজনিনৰ অষ্টম ৰজা ফেৰুখজাদ

Ferokzad, Eighth King of Ghazni.

ফেৰুখজাদ ৰজাই সিংহাসনত বহিএই তেঁওক জি জনে ৰজা পাতি ৰাজ সিংহাসন দিলে, সেই হাজিব সেনাপতিৰ হাতত ৰাজ্যৰ সকলো ভাৰ অৰ্পন কৰিলে । তেঁও আপোনাৰ ৰাজ্য সাসনৰ কালত চলজুকিয়া লোক লগত সদাই জুধ কৰিবলৈ জুগুতে আচিলে। সিইত বেলিএ বেলিএ ফেৰুখজাদ ৰজাৰ দোআৰাই পৰাজই হৈচিল, তথাপি সিইতে বল কৰি কৰি খকাত সেসত গজনিনৰ পচিম ভাগৰ সকলো প্ৰদেসবোৰ জিনি আপোনাৰ অধি কৰি ললে । ফেৰুখজাদ ৰজাই হিন্দুস্থান কোনো দেস নতুনকৈ জই কৰি লবলৈ ন হৈ আৰু তেঁও সাত বচৰ ৰাজ ভোগ কৰি সেসত কোনো ৰোগৰ দোআৰাই ম্ৰিত্যু হল ।

## গজনিনৰ নৱম ৰজা ইব্ৰাহিম ।

Ibrahim, Ninth King of Ghazni

ফেৰুখজাদৰ পাচে মচউদৰ পুত্ৰ ইব্ৰাহিম সিংহাসনত বহি, দু কুৰি দুই বচৰলৈকে ৰাজ ভোগ কৰিলে; তেঁওৰ কোমল আৰু ম্ৰিদু স্বভাও আচিল, তথাপি ১০৭৯ সঁকত তেঁও পুৰ্ব পুৰুসৰ দৰে স্বভাও হৈ ভাৰত বৰ্সৰ ওপৰত আক্ৰমন কৰি কেতবোৰ কোঁঠক আপোনাৰ অধিন কৰিলে; কিন্তু তেঁও জই কৰাৰ বিসয়ে কোনো উত্তম বিবৰন নাই । তেঁও আপোন সৈন্যে সৈতে জি জি নগৰ বেৰিচিলে, তাৰ মাজৰে এখন নগৰ পাৰ্চি দেসৰ পলোআ লোকৰ দোআৰাই থাপন কৰা হৈচিল, সিইতে বহু কাললৈকে কোঁঠ ৰাখি আচিল, কিন্তু সেসত বলে নোআৰি পৰাজই হল । ইব্ৰাহিমে সেই কোঁঠত এক লাখ হিন্দু মানুহ বন্দিসালত খোআ পালে, তাতে সেই সকলোকে তেঁও গজনিনলৈ পঠাই দিলে । অনেক কালৰ পাচত তেঁও জি আপোনালৈ ৰাজ ঘৰ সজাইচিল, সেই ঘৰলৈকে বৰ দুখেৰে সেই হিন্দুবিলাকৰ মাজৰ এজনে সিল ভাৰ বৈ নিয়া দেখিলে, তেতিয়াই ৰজাৰ দায়া জনমি সেই সিল দলিয়াই পেলাবলৈ আগ্যা কৰিলে, আৰু তাক মুকুত কৰিলে। তেঁও আৰু বাৰ আগ্যা কৰি কলে, বোলে, সেই সিলৰ দোআৰাই জদি লোকবিলাকৰ কোনো আপদো ঘটে, তথাপি সেই ঠাইৰ পৰা সিল কোনোএ তুলি নিব নোআৰিব; কিন্তু বনৰ দুৰ্দসা আৰু বাদস্যাহৰ দায়াৰ এক চিনৰ নিমিত্তে সদাকাল

সেই ঠাইতে থাকিব। চলজুকিয়াবিলাকে জেন আন আন প্ৰদেসৰ ওপৰত আক্ৰমন ন কৰে, এনে নিৰ্বন্ধেৰে তেঁও আপোনাৰ পচিম ফালৰ অধিক দেস সিইতে ভোগ কৰিবলৈ এৰি দিলে। তেঁও ১০৮০ সঁকত একুৰি সোলে জন পুত্ৰ আৰু দু কুৰি জিএকক থৈ ম্ৰিত্যু হল।

## গজনিনৰ দসম ৰজা ত্ৰিতিয় মচউদ।

Masaud III. Tenth King of Ghazni.

ত্ৰিতিয় মচউদ ইব্ৰাহিমৰ পুত্ৰ, আৰু বাপেকৰ স্বভাৱতকৈও তেঁওৰ স্বভাও অতি কোমল আছিল। তেঁও দেসৰ পুৰাতনিয়া ৰাজ বিধান সকল সুধ কৰি জি জি অনুচিত বিধান আছিল, তাক গুচাই নতুন বিধান থাপন কৰিলে। চলজুকিয়াবিলাকৰ পৰাক্ৰমি ৰজা মালেক স্যাহৰ ৰজ়হৰ মাজৰ পৰা বিয়া কৰি, তেঁও সেই দেসৰ নিচিনাকৈ আপোনাৰ প্ৰদেসৰ সান্তি থিৰ কৰিলে, আৰু হিন্দুস্থানলৈ আপোনাৰ সেনাপতিবিলাকক পাঁচি দিলে। সিবিলাকে মহা মহমদৰ পৰাও অতি দুৰৈলৈকে আক্ৰমন কৰিলে, আৰু অনেক নগৰ, দেৱালই লুট কৰি পুনৰাই লাহোৰলৈ আহিল; আৰু চলজুকিয়াবিলাকৰ ৰাজ্যৰ পৰা অতি দুৰৈত গজনিনৰ বাদস্যাহবিলাকে থাকিব লৈ অধিক সম্মত আছিল। এই ত্ৰিতিয় মচউদে সান্ত ভাৱে সোলে বচৰ ৰাজ ভোগ কৰি ১১১৪ সঁকত ম্ৰিত্যু হল।

## গজনিনৰ একাদস ৰজা আৰ্চিলা।

A rsila, Eleventh King of Ghazni.

আৰ্চিলাই সিংহাসনৰ জি জোগ্য অধিকাৰ আছিল, তেঁওকে বধ কৰি আপুনি সিংহাসনৰ অধিকাৰি হল, আৰু ৰাজ ৰজ়হৰ জিমান লোকক পালে, সেই আটাইবিলাকক বন্দিসালত ৰাখিলে। কিন্তু বহৰাম কেৱল ৰখ্যা পৰি খোৰাচান প্ৰদেসৰ অধিকাৰ আপোনাৰ দদায়েক চঞ্জাৰৰ ওচৰলৈ পলাই গল। চঞ্জাৰে আপোন ককায়েকৰ পুতেকবিলাকক বন্দিসালৰ পৰা মুকলি কৰিবৰ হেতুকে আৰ্চিলাক আগ্যা কৰিলে; কিন্তু আচিলাই সেই কথাত অসম্মত হলত চঞ্জাৰে বহু সৈন্য লৈ জুধৰ নিমিত্তে গল। সেই সময়ত ম্ৰিত্যু হোৱা মচউদৰ ৰানি মেহিদ আৰ্চিলাৰ ওচৰত আচলি; তেঁৱে আপুনি দুয়োৰো মাজত কটকি হব খুজিলে, সেই কাৰনে আচিলাৰ পৰা বহু ধন লৈ গল; কিন্তু আপোনাৰ পুত্ৰক বধ কৰাৰ বিৰোধে থক়া হৈ, তেঁও আপোনাৰ ভাই চঞ্জাৰৰ চাউনিত সোমাই, সকলো ধন ভায়েকৰ হাতত সোধাই দিলে। আৰু পলম ন কৰাকৈ আপোনাৰ সন্তানক বধ কৰা আৰ্চিলাৰ অহিতে সৈন্য লৈ জাবলৈ কাকুতি কৰিলে। পাচে গজনিনৰ গৰৰ ওচৰতে দুয়ো ফালৰ জুধ হল, তাতে আৰ্চিলা ৰজা ৰনত পৰাজই হল। পাচে চঞ্জাৰে আপোন ভতিজা পুতেকক সিংহাসনত বহুআই আপোনাৰ দেসলৈ গমন কৰিলে। তেঁও জোআৰ বাত্ৰা জেতিয়া আৰ্চিলাই সুনিলে, তেতিয়া আকও তেঁও ৰন পাতি বহৰামক নগৰৰ পৰা দুৰ কৰি খেদালে। এই কথা সুনি চঞ্জাৰ পুনৰাই আহি আৰ্চিলাক হিন্দুস্থানলৈ খেদাই পঠালে, আৰু তেঁও তিনি বচৰ কুজন ৰুপে ৰাজ্য কৰিচিল। পাচে তেঁওৰ মন্ত্ৰিবিলাকে তেঁওক জই কৰা সত্ৰুৰ হাতত সোধাই দিয়াত, তেতিয়ানে বধ কৰিলে।

## গজনিনৰ দ্বাদস ৰজা বহৰাম।

Baheram, Twelfth King of Ghazni.

ৰাজ্যত কোনো উপদ্ৰুও নো হোআত বহৰামে কুসলে সিংহাসনত উঠিবলৈ পালে, তাতে তেঁও আপোনাক দায়ালু আৰু কোমল স্বভাও হোআ দেখুআলে, আৰু দেসত বিদ্যা অধিককৈ বৰ্হালে। তেঁওৰ ৰাজ্যৰ প্ৰথমে বচৰ চাৰেকলৈ তেঁও কুসল দিঁওতা আছিল, আৰু দুবেলি হিন্দুস্থানলৈ জুধ কৰিবৰ হেতুকে গৈছিল। জি আৰ্চিলাৰ ভায়েক বালিন, তেঁৱে লাহোৰত আপোনাক থিৰ কৰিচিল, প্ৰথমে জোআ বেলিত তেঁওক জই কৰি, সেই বাৰ খেমা কৰিলে। কিন্তু বালিনে পুনৰ বাৰ আপোনাৰ পদত থিৰ হৈ বহৰামৰ অনুগ্ৰহ পাহৰি আপোনাৰ দহ জন পুতেকক দহ থান প্ৰদেসৰ

ওপৰত সাসন কৰ্ত্তা পাতি থলে। আৰু আপুনি পাৰ্চ্চি, আৰৰ আৰু আফ্ঘানৰ পৰা বহু সৈন্য জুগুত কৰি লেসে বহৰামৰ ৰাজ সিংহাসন লবলৈ আসা কৰিলে। বহৰামে মহা সৈন্য লৈ মুলতানত তেঁওৰ লগ পালে, আৰু সেই ঠাইতে এক ঘোৰ ৰন আত বালিনক পৰাজই কৰা হল; তাতে তেঁওৰ দহ পুতেক বন ভুমিৰ পৰা পলাই গৈ এক দলদলনিত পৰি সকলো মৰিল।

**Executes Mahomed, the Prince of Gour.**

বহৰাম গজনিনলৈ উভতি গৈ এটা নিৰ্দয়া কৰম আচৰিলে, সেই কৰম কৰাতে তেঁওৰ বংশ আৰু তেঁওৰ ৰাজ্যো নষ্ট হল। বালিনৰ জোঁআয়েক গোৰৰ অধিকাৰ মহমদক তেঁও সকলোৰে আগতে বধ কৰিলে। মহমদৰ ভায়েক চৰিফ উদিনে আপোনাৰ ভায়েকক বধ কৰাৰ প্ৰতিফল দিবৰ নিমিত্তে এক মহা সৈন্য গোটাই লৈ বহৰামক হিন্দুস্থানলৈ খেদাই দিলে; আৰু আপুনি গজনিনত ৰাজ্য কৰি পিত্ৰি অধিকাৰি গোৰ নগৰ আপোন ভাই আলাৰ হাতত সমৰ্পন কৰি দিলে। চৰিফ উদিনে সুন্দৰ ৰুপে ৰাজ্য সাসন কৰিবলৈ ইচা কৰিচিলে, কিন্তু সেই দেসৰ মানুহবিলাকে তেঁওৰ সাসনত অসন্তুত আচিল, আৰু সিবিলাকৰ আগৰ ৰজা মহমদৰ কোনো সন্তানে জেন সিংহাসনৰ অধিকাৰ হৱ, তাতে সিবিলাকে গুপুতে ইচা কৰিচিল। জাৰ কালি গোৰৰ সৈন্যবিলাকে আপোনাৰ দেসলৈ জেতিয়া পুনৰ গমন কৰি গল, তেতিয়া বহৰাম অকস্মাতে ওলাই, চৰিফ উদিনক বেৰা দি ধৰি বন্দিসালত থৈ পুনৰাই সিংহাসনৰ অধিকাৰ হল। পাচে বহৰামে সেই বন্দিসালত থকা চৰিফ উদিনৰ কঁপালত কালিৰে ফোঁট দি এটা খিনোআ গৰুৰ ওপৰত তুলি বিপৰিত ৰুপে লোকবিলাকৰ আগত অপমান কৰাবৰ নিমিত্তে গোটেই থন নগৰত লৈ ফুৰালে। তাৰ পাচত জাতনাৰে তেঁওৰ মুৰ চেদ কৰি, পাৰ্চ্চিৰ ৰজা চঞ্জাৰৰ তলৈ পঠাই দিলে, আৰু তেঁওৰ প্ৰধান উজিৰকো সালত দিলে।

**Alla avenges his Brother's Death.**

এই মহা অসন্তোসৰ বাত্ৰা চৰিফ উদিনৰ ভায়েক আলাৰ কানত পৰিলতে তেঁও ক্ৰোধেৰে পৰিপুৰ্ন হল। পাচে তেঁও আপোনাৰ সকলো ফৌজ গোটাই বহৰামৰ অহিতে জাত্ৰা কৰিলে। বহৰামে আলাৰ সহিত দুৰ্ঘটনা হব বুলি জানি, আপুনিও ভই লগোআ ত্ৰ লিখি পঠাই জুধলৈ সুজুগুত হল। তাতে দুয়ো কালৰ মহা জুধ লাগিলত কতেক লোক মৰা পৰিল, আৰু আলাৰ বৰ গাবে দুই পুতেকে আনৰ লগত জুধ ন কৰি, কেৱল বহৰামে সৈতেহে বন কৰিবলৈ ইচা কৰিলে। তাতে বহৰামৰো দৌলত নামে পুতেকে অতি ডাঙৰ হাতিত উঠি জুধ কৰিবলৈ আহিল। পাচে আলাৰ বৰ পুতেকে সেই হাঁতিৰ পেট ফোঁহাৰিলত হাঁতি তাৰ ওপৰত পৰিল, তাতে আলাৰ পুতেকে প্ৰান তিয়াগ কৰিলে। তেতিয়া আলাই বৰচাৰ লোআৰাই দৌলতক বিন্ধিলে, আৰু আলাৰ সৰু পুতেকেও বহৰামৰ হাতিলৈ বেলিএ বেলিএ অস্ত্ৰ মাৰি হাতিক মাৰিলে; পাচে আপোনাৰ বাহনৰ পৰা উঠোঁতে উঠোতে বহৰামে তেতিয়াহে আন ঘোঁৰাত উঠি প্ৰান ৰখ্যা পৰি হিন্দুস্থানলৈ পলাই গল। তাৰ পাচত বন ভুমিৰ সকলো বিঘিনি দুৰ হলত আলা জই হল।

**Death of Baheram.**

বহৰামে গোট গোট হৈ জোআ আপোনাৰ সৈন্যবোৰক গোটাই একে লগ কৰি গজনিনৰ বস হোআ ভাৰত বৰ্সৰ সকলো প্ৰদেসবোৰ আপোনাৰ বসত থিৰ কৰিলে; কিন্তু আগৰ দুৰ অৱস্থাত মনত অপমান কৰিলে; আৰু একুৰি পোন্ধৰ বচৰ ৰাজ্য ভোগ কৰাৰ পাচে ১১৫২ সঁকত পৰলোকলৈ গল। তেঁওৰ ৰাজ্য ভোগ কৰাৰ একো সুখিয়াতি নাই, কিন্তু গজনিনৰ ৰাজ্য ক্ৰমে ক্ৰমে নাস হব ধৰিলে, আৰু ভাৰত বৰ্সৰ পচিম কালৰ গজনিনৰ সকলো প্ৰদেসবোৰ সত্ৰুবোৰৰ হাতত পৰিল, আৰু মহমদ স্যাহে মহা ৰাজধানি গজনিনত জি অতি ঐশ্বৰ্য্য এৰি থৈ গৈচিল, আৰু জি মহা

ৰাজধানিত আপোনাৰ আসা ৰাখি গৈছিল, সেয়ে হিন্দুস্থানৰ বস কৰা হল ।

## গজনিনৰ ত্ৰয়োদস ৰজা খোস্রো ।

Khusru, Thirteenth King of Ghazni.

বহ্ৰামৰ পুত্ৰ খোস্ৰোএ আপোনাৰ বাপেক ম্রিত্যু হোআৰ পাচত গজনিনৰ ৰাজ্য সত্ৰুবিলাকৰ নিমিত্তে এৰি লাহোৰলৈ গল । সেই সময়ত জই হোআ ৰজা আলাই গজনিনৰ মাজত সোমাই এক সপ্তাহলৈকে বধ আৰু লুট কৰিলে । আচিঁয়া ৰবিসৰ নানা নগৰৰ পৰা নি সেই ঠাইত জিমান ধন সম্পতি সঁচা হৈছিল, সেই সকলোকে তেঁও গোৰলৈ পঠাই দিলে, আৰু অতি ব্রিধ পোৰোহিত আৰু গিয়ানি লোকবিলাকক তেঁও নিৰ্দয়া ৰূপে বধ কৰিলে, আৰু সিবিলাকৰ সোনিতেৰেই তেঁও সেই নগৰৰ গৰ বান্ধিলে । খোস্ৰোএ আপোন পিত্ৰিৰ ৰাজ্য পাৱৰ আসাৰে এবেলি উদ্যোগ কৰিচিলে, কিন্তু সি নিস্ফল হোআত লাহোৰলৈ গৈ ভাৰত বৰ্সৰ প্ৰজাবিলাকৰ ওপৰত সাত বচৰলৈকে নিয়াই ৰূপে ৰাজ সাসন কৰি, সেস পৰলোকলৈ গতি কৰিলে ।

## গজনিমৰ চতুৰ্দস ৰজা দুতিয় খোস্রো ।

Khusru II. Last King of Ghazni.

দুত্তিয় খোস্ৰোএ আপোন পিত্ৰি মৰাৰ পাচত সিংহাসনত উঠি অতি সুন্দৰ ভাৱে প্ৰজাবিলাকক পালন কৰিবলৈ ধৰিলে । তেঁও আপোনাৰ পুৰ্ৱ পুৰুসে অধিকাৰ কৰা প্ৰদেস সকলৰ ওপৰত ৰাজ সাসন বহাইচিল । কিন্তু আলাৰ ভায়েক মহমদে আপোন ৰজ্যৰ লোকবিলাকে লুট কৰাত সন্তোস ন হৈ গজনিনৰ ওপৰত আক্ৰমন কৰি, দুতিয় বাৰ তাক আপোনাৰ অধিন কৰি ললে, আৰু ভাৰত বৰ্সৰ প্ৰতিও জাত্ৰা কৰি সিন্ধু নদিৰ পুৱ ফালৰ প্ৰদেসবোৰ আপোনাৰ বস কৰি লাহোৰ নগৰলৈ আক্ৰমন কৰিলে; কিন্তু তাক আপোনাৰ অধিন কৰিৰ নোঅৰাত খোস্ৰোৰ লগ ললে, আৰু চল কৰি খোস্ৰোৰ চাৰি বচৰিয়া পুতেকক আপোনাৰ লগত ললে । পাচে খোস্ৰোৰ লগ লোআ অনুচিত হোআ জানি মহমদে দুতিয় বাৰ লাহোৰ আক্ৰমন কৰিলে, কিন্তু আগৰ দৰেই লাহোৰ নগৰ লব নোআৰাত বিৰকতি লাগি গজনিনলৈ গল । গজনিনৰ ৰজাবিলাকৰ বংসাৱলি গুচাবলৈ নিচই কৰি, পাচৰ বচৰত মহমদে এক মহা ফৌজ গোট খুআলে; কিন্তু বলতকাৰ ভাৱে লাহোৰ লব নোআৰি, এই ৰূপে ভাবি কলে, মই চলজুকিয়াবোৰৰ অহিতে সৈন্য গোটাই তালৈ জাব খুজিচোঁ; এই ৰূপে খোস্ৰোৰ লগত কপটেৰে প্ৰিতি বেৱহাৰ কৰিলে, আৰু তেঁও সেই কথাত বিস্বাস কৰাবৰ হেতুকে তেঁওৰ পুত্ৰক সমাদৰ কৰি তেঁওৰ ওচৰলৈ পঠাই দিলে । তাতে বাপেকে আপোনাৰ পুতেকক দেখিবৰ কাৰনে বাহিৰলৈ আহিল । এনে সময়ত মহমদে কুৰি হেজাৰ সৈন্য লগত লৈ অতি বেগে পৰ্বতৰ বাটে দি গৈ খোস্ৰোৰ চাউনি বেৰি ধৰিলে । খোস্রো ৰাতিপুআ উঠি সত্ৰুবোৰে আপোনাৰ চাৰিও ফালে বেৰি থকা দেখিলে । তেতিয়া আৰু কোনো উপাই নে দেখি লাহোৰ নগৰ মহমদৰ হাতত সমৰ্পন কৰি দিলে ।

এই ৰূপে মহা চুলতান মহমদৰ ৰজ্যহে এস চাৰি কুৰি চই বচৰৰ পাচত গজমিনৰ ৰাজ্য ভোগ কৰা সেস হল । সিবিলাকে ভাৰত বৰ্সৰ দখিন ভাগ জই কৰাৰ কোনো প্ৰমান নোলাই । আৰু সিবিলাকে ৰাজ্য ভোগ কৰাৰ কালত উত্তৰ হিন্দুস্থানত সদাই ৰন আৰু দুখ আপদ ঘটি আচিল, আৰু জি বচৰত এনে দুৰ্ঘটনা হোআ নাচিল, এনে কোনো বচৰ প্ৰাই নাই । কিন্তু এই জি সুন্দৰ ঠাইত এনে সকল দুখ দুৰ্যটনা হল, সেয়ে তাৰ আৰম্ভ মাথোন ।

গজনিনৰ ৰাজ্য সাসনৰ সেস হলত, সিন্ধু নদিৰ বায়ু চুকত থকা গোৰৰ ৰাজত্বৰ আৰম্ভন হল । সেই ৰাজধানিৰ সিংহাসনত কেৱল দুজন ৰজা মাথোন বহিবলৈ পালে, সিবিলাকৰ প্ৰথম জন মহমদ, তেঁও নিৰ্দয়া ৰূপে আচৰনে আৰু সাহিয়াল স্বভাও হোআত গজনিনৰ ৰাজ্য থাপন কৰা মহমদৰ তুল্য আচিল । নঃ স. ৰু.

Printed and published, Nov. 1853, by N. Brown, Editor, at the Sibsagor Mission Press.

# অৰুনোদই সম্বাদ পত্ৰ ।

পঞ্চম চোঙা । মোং শিৱসাগৰ, জুন, ১৮৫০ । নম্বৰ ৬।

VOL. V. SIBSAGOR, ASAM, JUNE, 1850. NO. 6.

## গৌৰৰ ৰজাবিলাকৰ বিৱৰন ।

### গৌৰ আৰু হিন্দুস্থানৰ প্ৰথম ৰজা মহমদৰ আখ্যান ।

History of Hindustan—Mahomed Gouri.

মহমদে গজনিনৰ ৰাজ্য নষ্ট কৰি আৰু তাৰ সকলো প্ৰদেসবোৰ আপোনাৰ অধিন কৰি লৈ, ১১৯১ সঁকত আজমেৰৰ ৰজাৰ অহিতে গৈ তিৰৰহিন্দ নামে তেঁওৰ ৰাজ নগৰ ললে । আৰু আজমেৰ ৰজা প্ৰিথুৰাই দিলিৰ অধিপতি চন্দ্ৰৰায়ৰ লগত জোগ হৈ, দুই লাখ ঘোঁৰা চিপাহি লৈ সেই মহমদৰ অহিতে আহিচে, ইয়াকে সুনি দিলিৰ পৰা চাৰি কুৰি ক্ৰোচ আৰু থানেস্বৰৰ পৰা চৈধ্য ক্ৰোচ আঁতৰত সৰস্বতি নদিৰ তিৰত সিবিলাকে সৈতে তেঁও লগ পালে । কিন্তু তেঁও মহা সাহিয়াল হোআতো আপোনাৰ ফৌজ অলপ হোআৰ কাৰনে মহা ৰনৰ পাচত পলাই গল; পাচে সেই মিল হোআ দুয়ো ৰজাই কুৰি ক্ৰোচলৈকে তেঁওৰ পাচত খেদি গল, আৰু ১৩ মাহলৈকে ৰন জুধ কৰি সেই তিৰৰহিন্দ ৰাজ নগৰ পুনৰ ললে । মহমদে গৌৰলৈ পুনৰাই গৈ জি জি সেনাপতিবোৰে ৰনৰ পৰা পলাই আহিচিল, সিবিলাকক অপমান কৰাই এক বচৰলৈকে এলেহুআ হৈ থাকিল । পাচত সোনৰ অলঙ্কাৰৰে সজোআ এক লাখ ঘোঁৰা চিপাহি গোট খুআই পুনৰ্ব্বাৰ হিন্দুস্থানলৈ জাত্ৰা কৰি গল । আৰু গৌৰৰ এজন তপস্বিৰ প্ৰাৰ্থনাৰ দোআৰাই আগেএ বন্দিসালত থোআ সেনাপতিবিলাকক মুকলি কৰি আপোন আপোন পদত নিজোজিত কৰি থলে ।

Defeats Prithu Rai.

তেঁও লাহোৰ নগৰ পাই প্ৰিথু ৰজাৰ ওচৰলৈ প্ৰিতি ভাৱে সমাচাৰ পঠালে, তাতে প্ৰিথু ৰজাই কটু ৰাক্যেৰে উত্তৰ দিলে, আৰু অনেক ফৌজ গোটাই তেঁওৰ লগ পাবলৈ ৰাহিৰ হল । তেঁওৰ সৈন্যৰ সংখ্যা তিনি লাখ ঘোঁৰা চিপাহি, তিনি হেজাৰ ৰনুআ হাঁতি, আৰু তেৰ স ৰাজ কোঁঅৰ আচিল; পাচে দুয়ো ফালৰ ফৌজে আগৰ ৰনৰ ভুমিতে চাউনি কৰিলে । মহমদে বুধিৰে চল কৰি সিহঁতক মনে মনে ৰাখিলে, কিন্তু অতি প্ৰাতসে সিহঁত অজুগুত হৈ থকাৰ সময়ত সিহঁতৰ ওপৰত আক্ৰমন কৰিলে । এই ৰুপে ওৰে দিনটো ৰন কৰি হিন্দু সৈন্যবিলাকৰ ভাগৰ লাগিল; মহমদে অতি বেগি ঘোঁৰা চোআৰবিলাকক লৈ সিবিলাকৰ ওপৰত আক্ৰমন কৰাত জই হল । দিলিৰ ৰজা চন্দ্ৰৰাই আৰু অন্য অন্য ৰাজ কোঁঅৰো মৰা পৰিল, আৰু প্ৰিথুৰাই আৰু তেঁওৰ সকলো ৰস্তু সত্ৰুবিলাকৰ হাতত পৰিল । জুধৰ পাচত তেতিয়াৰে সৰস্বতি, সোমনাথ আৰু আন আন কোঁঠবোৰ জই হোআ জনৰ অধিন হল । পাচে মহমদ আজমেৰৰ ফালে গল, আৰু সেহ প্ৰদেসৰ অনেক হেজাৰ লোকক বধ কৰিলে; সেই সময়ত তেঁও আপোনাৰ দাস কুতুবক দিলিৰ ওচৰত থকা কোৰাম নামে নগৰৰ অধিপতি পাতিলে । সেই কুতুবৰ পৰা আন এক ৰজাৰ ৰঙ্গহ ওলাল, তাতে এই উপহাস কথা প্ৰচাৰ হল দিলিৰ বাদস্যাহবিলাক বন্দিৰ জাত । তাৰ পাচত কুতুবে মিৰট আৰু দিলি নগৰ আক্ৰমন কৰি, দিলিৰ পৰা চন্দ্ৰৰাই ৰজাৰ ৰঙ্গহ নষ্ট কৰি আপোনাৰ ৰাজ নগৰ পাতিলে ।

**Defeats the King of Kanouj and Benares.**

পাচে মহমদে কনৌজপুৰ আৰু কাসিৰ ৰজাবিলাকৰ অহিতে গৈ সেই ৰজাবিলাকক পৰাজই কৰিলে, আৰু হিন্দুবিলাকৰ সেই পবিত্ৰ ঠাইত সোমাই নগৰ ধন লুট কৰিলে, আৰু মন্দিৰৰ এক হেজাৰ মুৰ্ত্তিৰ অঙ্গ হিন কৰিলে। পুৰ্ব্বে মহমদে আজমেৰৰ সিংহাসনত গোলা নামে এক মানুহক নিজোজন কৰিছিল, কিন্তু সেই ঠাইৰ পুৰ্ব্ব কালৰ ৰজাৰ গিয়াতি এজনৰ দুখ দিয়াত কুতুবে দিলিৰ পৰা তালৈ গৈ তাক দমন কৰি, নায়ক এজনক তাত নিজোজন কৰি থলে। কিছু দিনৰ পাচত কুতুবে গোআলিৰিলাকৰ ওপৰত আক্ৰমন কৰি বহু জুধ কৰাৰ পাচত সেই ঠাই জিনি লৈ টুগৰনক তাৰ অধিকাৰ পাতিলে, আৰু আপোনাৰ জয়ত আনন্দ কৰি দখিন কালৰ ৰাজপুতবিলাকে সৈতে জুধ কৰিবলৈ গল, কিন্তু তেঁও সিবিলাকৰ দোআৰাইহে পৰাজই হল। এই কাৰনে তাৰ পৰা গৈ বন্দলখণ্ডৰ ওচৰত থকা কালিঞ্জৰ আৰু কুলপিক ললে।

**Is defeated by the Tatars.**

এতিয়া মহমদৰ আপদৰ কাল হল; তেঁও জি ৰূপ দুৰ্দসা আনৰ ওপৰত কৰিছিল। সেই ৰূপ আপোনাৰো দুৰ্দসা হব বুলি অনুভও কৰিলে। তেঁও কোৰাচৰ নগৰ বেৰি থকাত নগৰৰ লোকে তেঁওৰে সৈতে অত্যন্ত ৰন কৰিলে, তাতে তেঁও পৰাজই হৈ উভতি আহিল। পাচত তাতাৰ আৰু চমাৰখণ্ডৰ বাদস্যাহবিলাকেও তেঁওৰ অহিতে আহিল, জেতিয়ালৈকে সিবিলাক ওচৰ নে পালেহি, তেতিয়ালৈকে মহমদে আপোনাৰ নগৰ ৰখ্যা কৰি থাকিল, কিন্তু পাচত সকলোকে তিয়াগ কৰি পলাই গল। ইয়াতে তেঁওৰ পৰাক্ৰমৰ হানি হোআত সেই দুই বাদস্যাই তেঁওক ধৰাবলৈ আপোন আপোন সৈন্যক পাচত পঠাই দিলে। মহমদৰ অনেক উতম সেনা কটা গল, আৰু অনেকে পলাই গল, তেঁওৰ লগত অৱসেস কেৱল এস লোক মাথোন থাকিল। সেই সেনাবোৰকে লগত লৈ তাতাৰ সৈন্যৰ মাজেদি গৈ এক কোঁঠত সোমাল। পাচে সত্ৰু সেনাবিলাকে সেই কোঁঠকো বেৰি থকাত মহমদে চল কৰি তেঁওৰ ৰাজ্যৰ অনেক ভাগ সিবিলাকক দিম বুলি স্বিকাৰ কৰিলে। তাৰ পাচত তেঁও পৰাজই হোআত মিত্ৰু হল বুলি মিচাকৈ বাত্ৰা প্ৰকাস কৰিলে, তাতে তেঁওৰ অধিন হোআ অধিকাৰবোৰ আপোন আপোন স্বতন্ত্ৰ হল। আৰু তেঁওৰ আপোনাৰ বন্দি ইলদেকুচে গজনিনৰ অধিকাৰ হল, তাতে আপোনাৰ অধিকাৰ মহমদক গজনিনলৈ আহিব নি দিলে। মহমদে অনেক দিনৰ মুৰত বহু জতন কৰি ক্ৰমে ক্ৰমে কতেক আপোন গিয়াতি আৰু বহু সৈন্য গোটাই লৈ গজনিন নগৰ বেৰি ধৰিলে। তাতে সেই ঠাইৰ লোকবিলাকে মহমদক সন্তোস কৰিবৰ নিমিতে সেই বন্দিক ধৰি তাৰ মুৰ কাটি নগৰৰ গৰৰ বাহিৰ কৰি দিলে। তাৰ পাচে তেঁও সৈন্য সমনিতে পৰ্বতিয়া গুৰুখাৰবিলাকৰ প্ৰতি গমন কৰিলে, আৰু কুতুবৰ সাহৰ দোআৰাই গুৰুখাৰবিলাকক তেঁও জই কৰিলে।

**Marches into India, and is killed by the Gurkhas.**

পাচে তেঁওৰ ৰাজ্যৰ কুসল হল, কিন্তু তেঁও আকও ভাৰত বৰ্সলৈ জাবৰ উদ্যোগ কৰিলে, আৰু জাত্ৰা কৰি নিলাব নদিৰ ওচৰ পালেগৈ। জি গুৰুখাৰবিলাকক তেঁও নষ্ট কৰিছিল, সিহঁতৰ পোন্ধৰ জন গিয়াতিএ একে মন আলচ কৰিলে, আৰু জি সময়ত মহমদে আপোনাৰ তাম্বু ঘৰত বহি আছিল, আৰু তেঁওৰ বন্দিইতে তেঁওক বিচি আছিল, সেই খেনতে সিহঁতে তাম্বুৰ ভিতৰলৈ সোমাই দু কুৰি বেলি অস্ত্ৰেৰে ঘা মাৰি তেঁওক বধ কৰিলে। এই ৰূপে ১২০৫ সঁকত গৌৰৰ বাদস্যাহ সেই সাহিয়াল অৰ্থাত নিৰ্দয়া মহমদ একুৰি বাৰে বচৰ ৰাজ ভোগ কৰি মৰা পৰিল। তেঁও ভাৰত বৰ্সত ন বেলি জুধ কৰিছিল, আৰু লোকে কোআ কুই কৰে, বোলে, তেঁও পাঁচ হেজাৰ মোন বহু মুল্য হিৰা আদি বাধৰৰ অলঙ্কাৰ লাভ পাইছিল, কিন্তু সেয়ে বিস্বাস কৰিব নোৱৰা কথা। তেঁও দু বাৰত বাজে সকলো বেলি জুধ কৰাত বস্তু লুট কৰিবলৈ পালে।

## আপুনি আপোনাৰ বিচাৰ কৰা উচিত, অথবা তিনটা লৰাৰ বিবৰন।

**Good Boys: or, Examine yourselves.**

কটা চিটা মৈলা কাপৰ পিন্ধা দুটা লৰাই এদিন দেও বাৰ পুআ এক পাদুৰি চাহাবৰ বঙ্গলাৰ আগত কিবা খুজিবৰ মন কৰি থাহে লাহে ফুৰি আছিল, কিন্তু ভই হোআতে খোজা নাই, ইয়াকে পাদুৰি চাহাবে দেখি খিলিকি দুআৰ মেলি সিহঁতক কি লাগে, তাকে সুধিলে।

লৰা। আতা, তুমি কেতিয়াবা কেতিয়াবা সৰু সৰু কিতাপ বিলাই দিয়া বুলি আমি সুনিলোঁ, আৰু আমাকো এটা দুটা লগাৰ নিমিত্তে খুজিবলৈ আহিলোঁ।

পাং। তোমোলাকে কি কাৰনে খুজিচা, পৰ্হিব পাৰা নে? নাইবা বেচিবৰ নিমিত্তে লাগে?

লৰা। আতা, সেই কিতাপ আমি পৰ্হিবৰ ইচা কৰোঁ।

পাং। সেইবিলাক ধৰমি কিতাপ বুলি তোমোলাকে জানা নে?

লৰা। ধৰমি হওক, বা ন হওক, তথাপি সিবিলাকে আমাক কি জানি ভাল কৰিব পাৰে।

পাং। মই তাকে ভাবসা কৰি এই কিতাপ দিচোঁ, আৰু ইস্বৰলৈ প্ৰাৰ্থনাও কৰিম, তেঁও জেন তোমোলাকক সেই কিতাপ বুজিবলৈ সিকাই দিব।

তেতিয়া পাদুৰি চাহাবে কিতাপ দিলত আনন্দ মনেৰে গুচি গল, আৰু সেই দিনৰ আবেলি বেলিকা উত্তম কাপৰ পিন্ধা, দেখিবলৈকো সুঅনি, আন দুটা লৰাই চাহাবক দেখিবলৈ ইচা কৰি তেঁওৰ বঙ্গলালৈ আহিল।

পাং। বাৰু মোৰ প্ৰিয় লৰাইত, তোমোলাক নো কোন? আৰু তোমোলাকৰ নাম কি, তাক মোক কৰা নে?

ফ্ৰেং। মোৰ নাম ফ্ৰেঞ্চিচ হোআইট, আৰু এঁওৰ নাম জেমচ টৰ্নৰ; আমাকো দুটা এটা সৰু কিতাপ লাগে দেখি খুজিবলৈ আহিলোঁ।

পাং। এনে সৰু কিতাপ বিলাই দিবলৈ মোৰ আছে বুলি তোমোলাকক কোনে কলে?

জেং। লৰেঞ্চ উলিয়মে আমাক কলে।

পাং। লৰেঞ্চ উলিয়ম নো কোন?

জেং। সি নদিৰ কাসত থাকে, কিন্তু আতা, সি আমাৰ লগৰিয়াবিলাকৰ মাজৰ এটা হই বুলি নে ভাবিবা, কিয়নো তাৰ নিচিনা আমি একোবো পাত্ৰ নো হোআ লৰা ন হই, কিন্তু উত্তম লৰা।

পাং। সি একোবো পাত্ৰ ন হই নে?

জেং। অহ আতা হই, তাৰ স্বভাও সকলো লোকে জানে, সি চোৰ, গত সনি বাৰে সি এখান চুৰি চুৰ কৰিলে।

পাং। লৰেঞ্চে এই দৰে কৰিলে বুলি তুমি নিচইকৈ জানা নে?

জেং। হই আতা, আৰু সেয়ে তাৰ প্ৰথম মন্দ কৰম এনে ন হই, কিন্তু প্ৰত্যেক দিনে সি কিবা অপৰাধৰ নিমিত্তে সাস্তি নো খোআকৈ নে থাকে। তাক ভাল লৰা কৰিবলৈ তাৰ পিত্ৰি মাত্ৰিএ বহুল ৰুপে স্ৰম কৰিলে, তথাপি সকলো অনৰ্থক, সি ভাল হওক চাৰি সদাই মন্দ কৰম কৰিহে থাকে।

পাং। লৰেঞ্চে কিয় এই ৰুপে আচৰন কৰে, তাক তুমি মোক কৰ পাৰা নে?

জেং। হই আতা, দুষ্ট লগৰিয়াবিলাকৰ কাৰন সি সদাই সিবিলাকৰ লগত আলি বাটে বাটে ফুৰি থাকে। জদি সি ইস্কুললৈ জাই, সেয়ে কেৱল এক দিন মাথোন, তাৰ পাচে অনেক দিনলৈকে খেলা কৰি এলাহতে কাল নিয়াই, আৰু কালি এক মানুহৰ বাৰিৰ পৰা আম চুৰ কৰিলে।

ফ্ৰেং। আৰু গচৰ পৰাও পৰিল।

জেং। এনে হই আতা, এইটো বেয়া কৰম আন এটালৈ বাট দেখাই, মই হলে জগতৰ সকলোকে দিলেও চোৰ ন হলোহেঁতেন।

ফ্ৰেং।ময়ো ন হলোঁহেঁতেন, এনে হলে আমাৰ বদ নাম প্ৰকাস হৈ সদাই লাজ পালোঁহকহেঁতেন। আৰু জেতিয়া আমাৰ ইস্কুলৰ লৰাই লৰেঞ্চক দেখে, তেতিয়াই তাক ইতিকিঙ্গ কৰে।

পাং। সিইঁতে তোমোলাককো নিন্দা কৰে নে?

ক্লেং। ন হই আতা, আমি অতি উত্তম মান্যৱন্ত লৰা, কেতিয়াও মন্দ কৰম ন কৰোঁ।

পাং। তেন্তে তুমি আৰু লৰেঞ্চত বৰ ৰেলেগ; কিন্তু তাতকৈ ইমান উত্তম বুলি ভাবিচা নে, আৰু এফেৰিও বেয়া কৰম কেতিয়াও কৰা নাই নে?

জেমচে অলপমান ৰৈ থাকি মনতে গুনি চাই তাৰ দোসাদোস গিয়ানে দেখুআৰ দৰে কলে, ন হই আতা, আমি কেতিয়াও একো বেয়া কৰম কৰা নাই বুলি কব নোআৰোঁ, কিন্তু আমি চোৰ বা এলেহুআ আদি দুষ্ট কৰম কৰা এনে ন হই, সদাই খতি ন কৰাকৈ ইস্কুললৈ গৈ থাকোঁইক।

পাং। জেমচ, জদি তোমাৰ পিত্ৰিৰ চাকৰে চন্দুকৰ পৰা টকা চুৰ কৰে, তেন্তে তাক কি কৰিব?

জেং। অহ! আতা, তাৰ নাম সিঘ্রে কটা জাব, আৰু মই ভাবোঁ, কি জানি তাক ফাটেকতো পেলাব।

পাং। এনেকুআ হব পাৰে, কিন্তু সি জদি বোলে, সেই টকা লবৰ ইচা হই, আৰু জদি সাস্তি পাবলৈ ভই ন হলহেঁতেন, তেন্তে মই ললোঁহেঁতেন, সি স্বভাৱেৰে চোৰ ন হই নে, কোআচোন?

জেং। হই আতা, সি স্বভাৱতে চোৰ।

পাং। জেমচ, তুমি স্বৰুপ কলা, কেৱল প্ৰকাস ৰুপে কৰা দুষ্ট কৰম পৰম ইস্বৰে দেখাতে পাপ এনে ন হই, কিন্তু তেঁও আত্মাকে দেখে, আৰু মনতে জি বেয়া কৰিবলৈ আমি ইচা কৰোঁ, তাকো জানি আছে।

ক্লেং। হই আতা, সকলোকে জানি পহৰত জেনেকৈ এন্ধাৰতো তেনেকৈ দেখি আছে।

জেং। আৰু-জেতিয়া লৰেঞ্চে চুৰ কৰিছিল, তেতিয়া পৰম ইস্বৰে তাক দেখিলে ইয়াঁক মই ঠিককৈ জানোঁ।

পাং। কিন্তু জেমচ, ইস্বৰে কেৱল চোৰকহে দেখে বুলি তুমি ভাবা নে?

জেং। ন হই আতা, তেঁও মানুহৰ কৰমকে আদি কৰি সকলোকে দেখে।

পাং। জিবিলাক অহঙ্কাৰি, মিচলিয়া, অসুআ, অনুচিত কথা কৈ ইস্বৰৰ নামে সপত খাই, আৰু জিবিলাকে পিত্ৰি মাত্ৰিক নে মানে, অধিকাৰবো বস ন হই, আৰু আপোনাকে আপুনি প্ৰসংসা কৰে, সেইবিলাকক ইস্বৰে নে দেখে নে?

এই কথা কি কাৰনে কলে, তাকে জেমচে বুজি পাই থাকিল।

পাং। বাৰু ফ্ৰেঞ্চিচ, ইস্বৰে তোমাক দেখিচে বুলি মনত সুঁঅৰি আপোনাকে পৰিমান কৰি চাই মোক প্ৰকাস ৰুপে স্বৰুপকৈ কোআ, তোমাৰ সুচি মন আছে নে? আৰু লৰেঞ্চতকৈ তোমাৰ আৰু জেমচৰ সাজ বৰ ভাল আছে, কিন্তু বাহিৰৰ কৰমত বিস্বাস ন কৰি তোমাৰ ভিতৰৰ আসই কেনে, তাকে পৰিখা কৰি চাই, তুমি জে সকলো পোনে ভাল হৈ ইস্বৰৰ আগত একো বেয়া কৰম কৰা নাই, ইয়াক কব পাৰা নে? আৰু ইস্বৰে তোমাৰ বিসয়ে কেনে ভাবে বুলি নো অনুমান কৰিচা?

ফ্ৰেঞ্চিচে মুৰত কৰি একো ন কলে, কিন্তু মনত কিবা ভৰা দেখা গল, আৰু জেতিয়া পৰম ইস্বৰৰ চকু তাৰ ওপৰত আছে বুলি সুঁঅৰিলে, তেতিয়া সি মনতে একো সুখ সান্ত্বনা নে পাই ইমান অসন্তোস হেন দেখালে। সি এতিয়াই কিবা বেয়া কৰম কৰিলে।

পাং। ফ্ৰেঞ্চিচ, মই জি তোমাক সুধিলোঁ, তাৰ একো উত্তৰ নি দিলা; ইস্বৰৰ আগত একো বেয়া কৰম ন কৰাকৈ তুমি সকলো পোনে উত্তম লৰা হোআ নে?

ক্ৰেং। ন হই আতা, জি কোনোএ সকলো পোনে ভাল, এনে কোনো মানুহ নাই, আমি সকলোএ কিবা বেয়া কৰিলোঁ

পাং। তুমি কি বেয়া কৰম কৰিলা, এতিআ মোক কলে ভাল হই।

ক্ৰেং। অহ! আতা, মোৰ মনত কুভাবনা আছে, আৰু কেতিয়াবা কেতিয়াবা খঙ উঠি অনুচিত কথা কওঁ।

পাং। তুমি লোকক ভুলাবলৈ ইচা কৰি কেতিয়াও মিচা আৰু অসত্য কথা কোআ নাই নে? আৰু কেতিয়াবা কেতিয়াবা এলেহুআ, থকুআ, আৰু অমুয়া; নাইবা ঘিন কৰা বা প্ৰতি হিংসা কৰোঁতা নো হোআ নে? আৰু পৰম ইস্বৰৰ অহিতে কেতিয়াও পাপ কৰা নাই নে?

ফেুং। ন হই আতা, মই জি জি কৰম কৰিলোঁ, এই সকলোৰে মাত্ৰত ইস্বৰৰ অহিতে একো পাপ কৰা নাই।

পাং। কি, কেতিয়াও কৰা নাই নে? তুমি কেতিয়াবা বিস্ৰাম বাৰক অমান্য ন কৰাকৈ সদাই পবিত্ৰ কৰি ৰাখা নে? আৰু অন্য দিনৰ নিচিনা খেলা ন কৰি, পৰম ইস্বৰক স্বৰুপ কৰি, আৰু তোমাৰ আমাৰ কি গতি হব, তাক ভাবিবলৈ কেতিয়াও পাহৰা নাই নে?

জেং। অহ, আতা, আমাৰ ইস্কুলৰ সকলো লৰাবিলাক কেতিয়াবা কেতিয়াবা বিস্ৰাম বাৰত খেলা কৰে।

পাং। কিন্তু তোমাৰ সকলো লৰাবিয়াই ইস্বৰৰ আগ্যা উলংঘন কৰাতে সিইতে ভাল কৰিচে বুলি তুমি ভাবিচা নে? বহু লোকে জি বেয়া কৰম কৰে, সিইতৰ আচৰন দেখি তাক কৰিবলৈ মানা কৰিচে, ইয়াক সোঁৱৰা। জা ২৩:২।

জেং। আতা, সেয়ে সত্য হই, তাক মই পাহৰিলোঁ।

পাং। ইস্বৰৰ আগত পাপ কৰিব নো পোআ, তাক তুমি বুজিচা, আৰু আনৰ অহিতে পাপ কৰিলে তাক ইস্বৰৰ অহিতে পাপ কৰা হই, ইয়াক মনত সুঁৱৰিবা, কিয়নো আমাৰ চুবুৰিয়াক আপোনাৰ নিচিনাকৈ প্ৰিতি কৰিবলৈ তেঁও আগ্যা দিচে। মা ১৫:১৯।

জেং। কিন্তু আতা, জিবিলাকে আন আচৰন জানে, সিবিলাকক জদি আপুনি সোধে, তেন্তে আমি জে উত্তম লৰা, ইয়াকে সিবিলাকে কব।

পাং। তোমোলাকৰ আপোনাৰ মনৰ বৰ্তাও জি হই, তাৰ বিসয়ে আন লোকৰ কথাত কি সকাম আচে? তুমি এতিয়াই কোআ নাই নে, ইস্বৰে আত্মাকে দেখে বুলি? লৰেক্কে চুৰ কৰে বুলি মোক কলা, কিন্তু মই তোমাক সোধোঁ, চোৰতকৈ বধ কৰা অধিক পাপ ন হই নে?

ফেুং। অৱস্যে হই আতা, কিয়নো চোৰে সদাই বধ ন কৰে, কেতিয়াবা কেতিয়াহে মাৰে।

জেং। অৱস্যে আমিও বধ কৰোঁতা ন হও।

পাং। জেমচ, তুমি ধৰম সাস্ত্ৰত বিস্বাস কৰা নে, মোক কোআচোন?

জেং। হই আতা, তাৰ ভিতৰত জি জি সকলো লিখা আচে, তাকে সত্য মানি মই বিস্বাস কৰোঁ।

পাং। তেন্তে এই জি কথাবিলাক আমাৰ প্ৰভু য়িচু খ্ৰিষ্টে কলে, তাৰ বিসয়ে তুমি কি কোআ? "আৰু জি কোনোএ আপোনাৰ ভায়েকক মুঢ বোলে, সি নৰকৰ জুইত দণ্ডৰ ভিতৰ হব।" মা ৫:২২। আৰু য়োহানে জি প্ৰকাস কৰিলে, তাকো সোঁৱৰা, "জি কোনোএ আপোনাৰ ভায়েকক ঘিনাই, সি বধ কৰোঁতা হই।" ১ য়ো ৩:১৫।

জেং। এই কথাবিলাক আগেয়ে মোক কোনোএ দেখুআ নাই, এই হেতুকে তাৰ্লৈ কেতিয়াও মন নি দিলোঁ।

পাং। সেইবিলাক একেৰিও অসত্য ন হই, কিয়নো পৰম ইস্বৰে লোভ, ঘিন, হিংসা, অপ্ৰেম কৰমকে আদি কৰি সকলোকে কৰিবলৈ বাধা কৰি কৈচে, জিবিলাকে এই কৰম কৰে, সেইবিলাকে পৰম ইস্বৰৰ অহিতে পাতকি হৈ স্বৰগ ৰাজ্যত ভোগ কৰিবলৈ নে পাব, ইয়াকে তেঁও নিচইকৈ প্ৰকাস কৰিচে; আৰু মই তোমোলাকত কঁও, জেনেকৈ লৰেক্কে পাপি, তেনেকৈ তোমোলাকো ইস্বৰে দেখাতে পাপি আচা, কিন্তু অলপ খন্তেকৰ আগেয়ে তাৰ দোস দেখাই তোমোলাকে আপোনাক প্ৰসংসা কৰা দেখি মই অসন্তোস পাইচোঁ, আপোন ভায়েকৰ চকুত থকা কুটা

দেখো জি মানুহৰ দ্রিষ্টান্ত, তাক তুমি মনত অবন কৰিচা নে?

জেং। হই আতা, সি আপোনাৰ চকুত থকা চতি নে দেখিলে, তাৰ বিসয়ে মোৰ বুধি আইৰ নকচা থকা তাৰৰ ধৰম সাস্ত্রৰ মাজত পঢ়িলোঁ।

পাং। আমাৰ আপোনাৰ চিতত জি আচে তাক জানিবলৈ উচিত, আৰু তোমোলাকে জেন এই দৰে কৰিবা সেয়ে মোৰ বাঞ্চা, সৰেঞ্চ আৰু তাৰ মন্দ আচৰনলৈ তোমোলাক সদাই চিন্তি নে থাকিবা, কিন্তু তাৰ নিচিনা নো হোআকৈ ৰখাৰ কাৰনে ইশ্বৰৰ নামত ধন্য বাদ কৰা উচিত; আৰু তোমোলাকৰ আপোনাৰ আচৰন বিবেচনা কৰি চালে জানিব পাৰিবা, জে তালেমান কৰমৰ দোআৰাই ইশ্বৰক বিতুষ্ট কৰিলা, জিহৰ অৰ্থে ইশ্বৰৰ আগত তোমোলাকে উতৰ দিব লাগিব।

জেং। হে আতা, সকলোএ আপোন আপোন কৰমৰ উতৰ দিব লাগিব, ইয়াতে একো সংসই নাই।

পাং। ইশ্বৰৰ পবিত্র আগ্যা জি ৰূপে উলংঘন কৰিলা, তাৰ অৰ্থে তোমোলাকক সোধ কৰিবলৈ জদি মাতে, তেন্তে জেমচ তুমি কি উতৰ দিবা? তুমি অৱস্যে স্বৰগ বা নৰক এই দুইৰ এঠাইলৈ জাবা, কলৈ জাবলৈ তোমাৰ ইচা হই?

জেং। অৱস্যে স্বৰগ পাবলৈ ইচা কৰোঁ, ইয়াতে একো সংসই নাই, তথাপি জেনেকৈ সোধৰ দিনৰ অৰ্থে কোনো লোকে অসাৱধানে থাকি চিন্তা ন কৰে তেনেকৈ মই ন কৰোঁ।

পাং। আন লোকৰ কথা ন কবা, মোৰ প্রিয় সৰা, কিন্তু তোমাৰ আপোনাৰ মাথোন কোআ, ইশ্বৰৰ পবিত্র আগ্যা উলংঘন কৰাতে তোমাৰ পাপি স্বভাও আচে, ইয়াক জানিও কেনেকৈ স্বৰগ বাসি হবলৈ ইচা কৰা?

জেং। তালৈ ভই কৰোঁ, আৰু মই জানিচোঁ জে পাপ কৰিবলৈ উচিত ন হই।

পাং। পাপ ন কৰাকৈ তুমি কেনেকৈ থাকিবা? তোমাৰ মনত জি কুঅভিলাস আচে, তাক নো কেনেকৈ গুচাব পাৰিবা?

জেং। মই অৱস্যে ভাল কিতাপ পঢ়ি বহুত প্রাৰ্থনা কৰিম, আৰু সদাই গিৰ্জালৈ গৈ জি জি সকলো মই কৰিবলৈ উচিত, তাকে কৰি থাকিম।

পাং। কেৱল ভাল কিতাপ পঢ়ি প্রাৰ্থনা কৰাতে তোমাৰ অসুখ স্বভাও কেনেকৈ সুধ হব বুলি ভাবিচা?

জেং। কিন্তু আতা এতিয়াৰ পৰা জদি মই আৰু একো বেয়া কৰম ন কৰিম, তেন্তে তাৰ দোআৰাই মোৰ জোআ দিনবিলাকৰ পাপ কটা নে জাব নে?

পাং। জদি বধ কৰোঁতাই বোলে, মই আৰু বধ ন কৰিম, তেন্তে সেয়ে তাৰ আগৰ বধ কৰা পাপ গুচাব নে? কিন্তু জিবিলাকৰ স্বভাও জনমৰে পৰা পাপত ৰতি হৈ পাপ পৰিথাৰ মাজত বাস কৰা জি তোমোলাক, ইশ্বৰৰ সক্তিৰ বাহিৰে পাপ ন কৰাকৈ কেনেকৈ থাকিবা? তোমাৰ স্বভাৱে পাপ কৰিবলৈ ভাল পাই বুলি নে জানে নে? আৰু তোমাক পাপি স্বভাৱৰে বন্ধা হৈ পাপক ভাল পাই জিমান দিন তাক কৰি থাকা, সেইমান দিনলৈ তুমি জি উতম কথা কৰা সেয়ে একো ন হই, কিয়নো তুমি তাক পালিব নোআৰা।

জেং। বাৰু আতা, আমাৰ স্বভাৱে জদি পাপ কৰিবলৈ ভাল পাই, তেন্তে আমি কি কৰিম?

পাং। য়িচু খ্রিষ্টত বিস্বাসৰ দোআৰাই আমাৰ অসুচি আত্মাক সুচি কৰি আৰু খ্রিষ্টৰ তেজেৰে আমাৰ সকলো পাপ ধুই গুচাই ইয়াকে ইশ্বৰে ধৰম সাস্ত্রত লিখা নাই নে? ১ য়ো ১:৭।

জেং। আতা, এয়ে কেনেকৈ হব পাৰে, তাক মই বুজা নাই।

পাং। জেমচ, মই তোমালৈ প্রকাস কৰি বুজাবলৈ উপাই কৰিম, জদি কোনো মানুহে বহুত থাৰ লগাই সুজিব নোআৰি পাচত কাটেকত পৰে।

জেং। থাবৰ নিমিত্তে মোৰ সদাই কাটে-

কন্ত আচে, তেঁওক দেখিবলৈ মই কালি গৈ-চিলোঁ।

পাঁ। জদি মই গৈ তোমাৰ দদাইৰ সকলো ধাৰ সুজিম, তেন্তে আৰু তাৰ ধাৰ থাকিব নে?

ফ্রে। ন হই আতা।

পাঁ। মই তেঁওৰ ধাৰ সুজিলত কিহৰ দোআৰাই সি মুকলি হল?

ফ্রে। আতা, আপোনাৰ ধনৰ দোআৰাই।

পাঁ। তেন্তে তুমি এই ৰূপে কব পাৰা, এজন বন্ধুৰ ধনেৰে মোৰ দদাইৰ ধাৰ মৰা হল।

জে। আতা, খ্রিষ্টে আমাৰ সলনি দুখ ভুগিলে, ইয়াকে আপুনি আমাক বুজাব খোজে, তাক মই জানিচোঁ।

পাঁ। জদি এই কাৰন ন হই, তেন্তে কিয় তেঁও ইস্বৰৰ আগত সাও পোআ হল?

ফ্রে। আমাৰ ত্রান কর্তাই সাও পালে নে?

পাঁ। কিয়নো সাস্ত্রত এনে লিখা আচে, "এই নিমিত্তে খ্রিষ্টে আমাৰ কাৰনে আপুনি সাও পোআ হৈ, বিধানৰ সাপৰ পৰা আমাক মুকুত কৰিলে; তাতে এনে লিখাও আচে, জি জনক গচত অৰা হই, সি সাও পোআ হই।" গল ৩:১৪।

ফ্রে। কিন্তু কি নিমিত্তে তেঁও সাও পোআ হল?

পাঁ। মই তোমাক বুজাবলৈ উপাই কৰিম; ইস্বৰৰ পবিত্র আগ্যা উলংঘন ন কৰিলোঁ, কোনেও এনেকৈ কব নোআৰে, কিয়নো সকলো মানুহ পাপি হৈ ইস্বৰৰ অহিতে পাপ কৰিলে, আৰু কোনেও আপোনাৰ অসুধ আত্মাক সুধ কৰিব নোআৰে, তেন্তে কেনেকৈ সিবিলাক স্বৰগলৈ জাব পাৰে? আমাৰ প্রিয় ত্রান কর্তা যিচু খ্রিষ্টে দেখিলে, আমি সকলোএ পবিত্র আগ্যা উলংঘন কৰাতে সাস্তি ভুগিব লগা হলোঁহঁক, এই নিমিত্তে আমাৰ পাপৰ বোজা মুৰত লৈ তাৰ দণ্ড ভুগিলে। "কিয়নো ইস্বৰে সৈতে আমাক মিল কৰাবৰ নিমিত্তে খ্রিষ্টে আপুনি পৰমাৰ্থিক হৈ অপৰমাৰ্থিকইতৰ অৰ্থে একেলি দণ্ড ভোগ কৰিলে।" ১ পি ৩:১৮।

ফ্রে। তেন্তে পাপৰ কাৰনে আমি সাস্তি নে পাম নে?

পাঁ। ইস্বৰে এনে প্রকাস কৰিচে, যিচু খ্রিষ্টে আমাৰ কাৰনে সাস্তি খালে, জি কোনোএ ইয়াকে বিস্বাস কৰি তেঁওৰ নামেৰে পাপৰ মাফ মাগিব, সেইবিলাকক ইস্বৰে খেমা দিব; কিন্তু মই জি বুজাব খোজোঁ, ভুলত জেন ন পৰিবা, এই নিমিত্তে তালৈ সাৱধান হোআ, কিয়নো কেৱল মুখেৰে প্রার্থনা কৰা এনে ন হই, কিন্তু সকলো মনে চিত্তে আত্মাৰে সৈতে জি কোনোএ খোজে, তালৈ আমাৰ এনে অঙ্গিকাৰ প্রকাস হব।

জে। আতা, পৰিত্রান কর্তাৰ অৰ্থে মই অনেক বাৰ সুনিলোঁ, কিন্তু এতিয়া জি তুমি মোক কলা, সেই দৰে আগেয়ে কেতিয়াও সুনা নাই।

পাঁ। তেন্তে যিচু খ্রিষ্ট প্রিথিবিলৈ আহি পেৰেক্ষ কাঠত মৰিল, তাৰ বিসেস কাৰন কি ভাবা?

জে। আমি জেন উধাৰ পাব পাৰোঁ।

পাঁ। জিবিলাকে তেঁওত বিস্বাস কৰে, সেইবিলাকৰ নিমিত্তে তেঁও পৰিত্রানৰ উপাই কৰিলে, আৰু এতিয়া তোমোলাকে পুন্যৱন্ত হবৰ নিমিত্তে কিবা কৰম কৰিবলৈ আৱস্যক নাই, জদি তোমোলাকে আহি কোআ, আতা, আপুনি মোৰ ধাৰ মাৰিলা হই, তথাপি মই গৈ ধাৰ সুজিমগৈ, এনে হলে মই জে ধাৰ নিচেই মাৰিলোঁ, তাতে তুমি বিস্বাস কৰা নাই, এনে প্রমান ওলাই।

ফ্রে। এৰা, জি আগেয়ে কৰা হল, তাক এতিয়া কৰিবলৈ প্রয়োজন নাই, জেনেকুআ মোৰ কান্ধত গধুৰ ভাৰ আচে, তাক কোনোবাই মোৰ কান্ধৰ পৰা লই, তেন্তে মই সন্তা পাম, সেই কথাই তেনেকুআ হই আতা।

পাঁ। খ্রিষ্টে জে মোৰ পাপ গুচাবৰ নিমিত্তে মৰিল, ইয়াকে জদি নিচেইকৈ বিস্বা-

কৰা, তেন্তে মোৰ প্ৰিয় লৰা তুমি মনত সান্তনা পাবা, কিয়নো খ্ৰিষ্টে কৈচে, "হে স্ৰম কৰা আৰু ভাৰত দুখ পোআ লোক সকল, মোৰ ওচৰলৈ আঁহা, মই তোমোলাকক জিৰনি দিম।" মা ১১ : ৮।

জে°। তেন্তে খ্ৰিষ্টে আমাৰ লগা হৈ আমাৰ পাপৰ দণ্ড ভুঞ্জিব নে?

পা°। হই, আমাক নৰকৰ পৰা উধাৰিবলৈ খ্ৰিষ্টে স্বৰগৰ পৰা নামি আহিল, আৰু জেতিয়া তেঁওক পেৰেকনিত গজাল মাৰি অৰা হৈছিল, তেতিয়াই ইয়াকে সিধি কৰা হল, জিবিলাকে খ্ৰিষ্টত আসুই লৈ পাপৰ খেমা খোজে সেইবিলাকে খেমা পাব।

ফে°। কিন্তু সিবিলাকে মৰিবলৈ ভই ন কৰিব নে?

পা°। সিবিলাকক উধাৰ কৰা হল, তেন্তে কি কাৰনে ভই কৰিব? জেতিয়া সিবিলাক মৰিব, তেতিয়া স্বৰগত থকা ত্ৰান কৰ্ত্তাৰ কোসবলৈ জাব।

জে°। কিন্তু আতা, মই জেন একো বেয়া কৰম ন কৰিম, তালৈ সাৱধান হোআ উচিত ন হই নে?

পা°। আমাৰ ত্ৰান কৰ্ত্তাই কৈচে, বোলে, "ভাল মানুহে আপোনাৰ ভাল ভঁৰালৰ পৰা ভাল দ্ৰব্য উলিয়াই, আৰু বেয়া মানুহে আপোনাৰ মনৰ বেয়া ভঁৰালৰ পৰা বেয়া দ্ৰব্য উলিয়াই।" লুক ৬:৪৫। সেই ৰূপে ভাল ভাল গচে ভাল গুটি ধৰে। মা ৭:১৭। জদি তেঁও অনুগ্ৰহ কৰি তোমাক নতুন মন দিএ, তেন্তে তেঁও তোমাক ভাল কথা ভাবিবলৈ আৰু উত্তম কৰম কৰিবলৈ পবিত্ৰ আত্মাৰ দোআৰাই সক্তিও দিব, তুমি আপুনি আপোনাৰ অসুচি স্বভাও সুচি কৰিব নোআৰা, বা ইস্বৰৰ আগ্যাৰ দৰে আচৰন কৰিবলৈ সক্তি নাই; কাৰন তেঁওক সন্তুষ্ট কৰিবলৈ আগেয়ে তেঁওৰ দোআৰাই পাপ খেমা কৰা হৈ নতুন মন হব লাগে, ইয়াকে তুমি বুজিচা। তেন্তে মোৰ প্ৰিয় লৰাটিইত, য়িচু খ্ৰিষ্টত বিস্বাস কৰা, কিয়নো তেঁও কৈচে, "লৰাইতক মোৰ ওচৰলৈ আহিব দিয়া, হাক নি দিবা।" মাৰ্ক ১০:১৪। তোমাৰ সকলো পাপ তেঁওৰ আগত সৈ কাৰ্হি আৰু য়িচু খ্ৰিষ্টে তোমাৰ পাপ গুচাবৰ কাৰনে কাঠত মৰিল, ইয়াকে বিস্বাস কৰি খেমা খুজিলে তোমাৰ পাপ খেমা কৰা জাব; জেনে

কাঠত গজাল মৰাত কেনেসন খা পালে,
পাপি লোকৰ সলনি দুখ সাস্তি খালে।

তেঁও জে অতিসই ৰূপে প্ৰিতি কৰিচে, তাকে বিস্বাস কৰি তেঁওক প্ৰেম কৰিবলৈ চেষ্টা কৰা, আৰু আপোনাকে তোমাৰ সলনি দিয়াৰ কাৰন তেঁও জিহত সন্তুষ্ট হই, তাকে কৰিবলৈ জতন কৰা।

জে°। কিন্তু আতা, কিমান কুভাবনা কুচিন্তা আমাৰ মনত আহি আহি থাকে, আৰু কিমান বেলি অনুচিত কৰম দেখিচোঁ সুনিচোঁ, এই সকলোকে আপুনি জনা হলে আমাৰ মন সুচি হবলৈ বৰ টান দেখিলেহেঁতেন।

পা°। মোৰ প্ৰিয় লৰাটিইত, জিবিলাকে ত্ৰান কৰ্ত্তাত বিস্বাস কৰে, সেইবিলাকক ইস্বৰে পবিত্ৰ আত্মা দিব, আৰু পবিত্ৰ আত্মাৰ দোআৰাই সিইতৰ মন পহৰ কৰাই ইস্বৰক প্ৰেম কৰিবলৈ নিয়াব, তেন্তে আন সকলোতকৈ পবিত্ৰ আত্মাৰ নিমিত্তে প্ৰাৰ্থনা কৰা, সেই জনাই হলে তোমোলাকক জি ভাল হই, তাক কৰিবলৈ আৰু জি বেয়া হই তাক এৰিবলৈ সিকাব, আৰু ত্ৰান কৰ্ত্তাৰ মহিমা গৌৰও প্ৰকাস কৰিবলৈ সকলো ভাৰে কাল নিয়াবলৈ তেঁও তোমোলাকক সক্তি দিব।

এই দৰে কথা বাত্ৰাৰ সেস হল; আৰু আপোনাক ভালকৈ জানি ইমান প্ৰসংসা ন কৰিবলৈ, কিন্তু জি গিয়ান য়িচু খ্ৰিষ্টত পোআ জাই তাক জানিবলৈ ভাল কিতাপ সেই লৰাবিলাকক পাদুৰি চাহাবে দিলে। আৰু কলে, বোলে, জি কথা সিইতে সুনিলে সেই সকলোকে লবেঙ্কক কোআগৈ বুলি বিদাই দিলে; কিন্তু সিইতে পাচৰ বিস্ৰাম বাৰতো চাহাবক দেখিবলৈ মিনতি কৰিলে। ধ. ল. হ.

*Printed and published, Dec.* 1853, *by* N. Brown, *at the Sibsagor Mission Press.*

# অৰুনোদই সম্বাদ পত্ৰ।

পঞ্চম চোঅা। মোং সিৱসাগৰ, জুলাই, ১৮৫০। নম্বৰ ৭।

VOL. V. SIBSAGOR, ASAM, JULY, 1850. NO. 7.

## গৌৰৰ দুতিয় ৰজা মহমদৰ আখ্যান।

Mahomed, Second King of Gour

আমি এতিয়া জঙ্গিচ খাঁ বাদস্যাৰ বিবৰনৰ ওচৰ পালোঁহি, এতেকে তেঁওৰ কথা কিচু বাহুল্যকৈ লিখিবৰ নিমিত্তে গৌৰৰ ৰজ্র প্ৰথম মহমদ মৰাৰে পৰা জঙ্গিচ খাঁই হিন্দুস্থান আক্ৰমন কৰালৈকে বিৰোধ কালৰ বিবৰন কিচু সংখেপকৈ লিখিম। সেস বাদস্যাৰ ভতিজা পুতেক মহমদ আপোনাৰ দদায়েক মৰাৰ পাচত সিংহাসনৰ অধিকাৰ হল; তেঁওৰ ম্ৰিদু আৰু এলেহুআ স্বভাও আচিল, আৰু গৌৰত আপুনি থাকি আপোন দদায়েকৰ বন্দি কুতুবক গজনিনৰ ৰাজ্য দিলে। কুতুবৰ আপোনাৰ ৰাজ নগৰ দিলিত থকাতো তাৰ চাৰিও ফালৰ দেসৰ ৰাজ কৰ লনলৈ ধৰিলে। এই মহমদে কোনো বিসেস কৰম কৰা নাই, কিন্তু কাৰাজিমৰ বাদস্যা মহমদৰ ক্ৰোধ জনমোআ কৰমহে কৰিচিল, সেই কাৰনে কাৰাজিমৰ বাদস্যাই তেঁওৰ ৰাজ্য নষ্ট কৰিলে। দদায়েকৰ নিচিনা তেঁও সত্ৰুৰ হাতত বধ হল, আৰু তেঁওৰ পুৰ্ব পুৰুসে আৰম্ভন কৰা, আৰু তেঁওৰ দোআৰাই এঁটোআ এক মচিদৰ মাজত মৈদাম বন্ধা হল।



Coin of the Hindu Raja "Sri Bhim Deva."

মহমদ গৌৰিএ সৈতে জুধ কৰা ভিম দেও ৰজাৰ ৰুপ।

## কাৰাজিমৰ বাদস্যা মহমদৰ আখ্যান

Mahomed of Kharazim

পাচত কাৰাজিমৰ বাদস্যাই অনেক পিত্ৰিৰ অধিকাৰ পালে। চলজুকিয়াবিলাকৰ ৰাজ্য তেঁওৰ অধিন আচিল, আৰু গৌৰ, গজনিন আৰু ভাৰত বসৰ অনেক অনেক প্ৰদেস তেঁওৰ অধিন হোআত তেঁও প্ৰিথিবিৰ সেই প্ৰদেসবোৰত অতি প্ৰতাপি ৰজা হল। তেঁও সিংহাসনত উঠিলত পাৰ্চি, খোৰাচান, গজনিন, গোৰ আৰু লাহোৰ, এইবোৰক আপোনাৰ কৰতলিয়া কৰিলে। জুধৰ বিসয়ে তেঁও চিকন্দৰ স্যাহৰ নিচিনা, আৰু তেঁওৰ দৰে প্ৰিথিবিক জই কৰিবলৈ ইচা কৰিচিল। তেঁওৰ সভা খন অন্য অন্য ৰজাৰ সভাতকৈ ঐস্বৰ্জৱন্ত আৰু প্ৰতাপি, আৰু তেঁওৰ ৰাজ ঘৰৰ দুআৰত প্ৰতি দিন ৰাতি পুআ আৰু গধুলি জুধ আৰম্ভ কৰা একুৰি সাত জন বাদস্যাৰ বহু মুল্য সিলৰ ওপৰত কটা সোনৰ দণ্ডৰ দোআৰাই ঢাক কোবাই।

Rise of Jenghiz Khan.

তেঁওৰ ৰাজ্য পুব আৰু উতৰ ফালে মহা জঙ্গিচ খাঁৰ সিমালৈকে, সেই জঙ্গিচ খাই তাতাৰ নানা জাতিবোৰক ৰুচিয়াৰ মাজৰ পৰা পাচিফিক সাগৰলৈকে আপোনাৰ বস কৰিচিল; আৰু খেহ্ দেসতো উপদ্ৰও কৰি তাৰ উত্তম নগৰ লুট কৰিলে, আৰু সেসত হিন্দুস্থানৰ ওপৰত নাসক সৈন্য বাকি দিলে। কাৰাজিমৰ বাদস্যা জঙ্গিচ খাঁৰ জি ৰুপ ভয়ানক জুধ হৈচিল, সেই ৰুপে মনৰ অগোচৰ কথা।

## জঙ্গিচ খাৰ ৰাজ্যৰ বিবৰন ।

The Reign of Jenghiz Khan.

ভাৰত বৰ্সত জঙ্গিচ খাঁৰ কোনো চিৰস্থাপি ৰাজ্য থাপন কৰা নাই, তথাপি কাৰাজ্মিমৰ ৰাজ্য নষ্ট কৰাত গজনিনৰ অধিন হোৱা হিন্দুস্থানৰ ৰাজ্যৰ ওপৰত তেঁওৰ হাত দিব লগা হল, আৰু আচিয়াৰ মাজত তেঁও মহা জইযুক্ত বিৰ আচিল, সেই কাৰনে তেঁওৰ বিবৰন কিচু বহলকৈ লিখোঁ ।

জঙ্গিচ খাঁৰ ৰাজ্যৰ মহত আৰু তাৰ গমি চালে বুজা জাই পুৰ্ব্ব কালৰ বিবৰনৰ ভিতৰত তেঁওৰ ৰাজ্যৰ উতপতি অতি আচৰিত । আমি আগেএ ভাবিচিলোঁ, ৰোমোঁ, আৰব লোকে দেস জই কৰাত অতি নিপুন; কিন্তু জঙ্গিচ খাৰ আগত সিইঁত একো ন হই, কিয়নো তেঁও পিত্রিৰ অলপ অধিকাৰ পাই কিচু দিনৰ মুৰতে তেঁওৰ আপোনাৰ ৰাজ্য জেনেকৈ বৰ্হালে, সেইবোৰক ভাসাত চলনত, বেৰহাৰত ভিন ভিনকৈ তেঁওৰ জই কৰা নানা দেসৰ বিসই ভাবিলে আমাৰ মন বিয়াকুল হব ।

আন আন দেসৰ দৰে মগলবিলাকে জঙ্গিচ খাঁক দেৱতাৰ সন্তান বুলি ভাবিচিল; কিন্তু সিবিলাকৰ পুৰ্ব্ব পুৰুসবিলাক মানুহৰ জাত আচিল । তাতাৰ দেসত তেঁওৰ বাপেকৰ অলপহে অধিন আচিল; তেঁও সেইবোৰত ৰাজ্য সাসন কৰিবলৈ ধৰাত তাৰ চাৰিও ফালে থকা লোকবিলাকে তেঁওৰ লগত জুধ কৰিবলৈ ধৰিলে; কিন্তু তেঁও তেৰ বচৰ বয়সিয়া হৈ মাকৰ আলচেৰে সেই আটাই সত্রুকে জই কৰিলে । এই জই ১১৭৮ সঁকত হৈচিল; তাৰে পৰা তেঁও দুকুৰি বচৰ বয়সিয়া হোআলৈকে তেঁওৰ একো বিবৰন নাই, আৰু জদি আচিলে, তেও কালৰ দুৰ্দসাত কভুবাত লুকুআ হল ।

His first Exercise of Power and Cruelty.

সেই কালত তাতাৰবিলাক নানা জাতিত ভিন ভিন হৈ আচিল, আৰু তাৰ অধিকাৰবিলাকো নিজে নিজে স্বতন্ত্র আচিল, কিন্তু ইএ সিএ সকলো বিৰোধা বিৰুধি হৈ আচিল । সিবিলাকৰ মাজত জঙ্গিচ খাঁৰ সহুৰেক বাঙ্গ খাঁ সকলোতকৈ পৰাক্রমি; পাচে তাৰ চাৰিও ফালে থকা ৰজাবিলাকে একে মন হৈ তেঁওৰ ৰাজ্য নষ্ট কৰিলে । জঙ্গিচ খাই আপোনাৰ সকলো সৈন্য গোটাই আপোনাৰ সহুৰৰ সহাই হবৰ নিমিত্তে গৈ সিবিলাকক জই কৰিলে; সেই জুধত চই হেজাৰ লোক মৰা পৰিল । এই জুধৰ অন্ত পৰাতে তেঁও তিনি কুৰি দহোটা চৰুত পানি ভৰাই জুইৰ ওপৰত ৰাখিবলৈ আগ্যা কৰিলে; পাচে তাতে প্রধান প্রধান সত্রুবোৰক পেলাই দিলে । পাচে সিইঁতৰ সকলো ঘৰ দুআৰ লুট কৰি সামান্য প্রজাবোৰক বন্দি কৰিলে । তাৰ পাচে তেঁও ১২০২ সঁকৰ পৰা ১২০৯ সঁকলৈকে তাতাৰ দেসৰ আপোন জাতি লোকবিলাকক পৰাজই কৰিলে, সেই লোকবোৰৰ নাম আমি কলেও তথাপি সিইঁতৰ বিবৰন লিখিবলৈ এৰোঁ, কিয়নো সিইঁতৰ বহু সংখ্যা হোআত পইঁাবিলাকৰ কেবল সুম মাথোন হব । সিইঁতৰ মাজৰ এজন মহা খাঁ নামে খিয়াতি হৈচিল, সেয়ে জঙ্গিচ খাঁৰ প্রানৰ বৈৰি আচিল, এই হেতুকে সেই মানুহৰ ৰাজ্য নষ্ট কৰিবলৈ জঙ্গিচ খাঁৰ প্রথম কৰম আচিল । ইয়াতে তাতাৰ সকলো ৰজাবিলাক জঙ্গিচ খাঁৰ বিৰোধে উঠিল; কিন্তু জঙ্গিচ খাৰ অস্ত্রৰ মহা পৰাক্রম হোআত তেঁও সিইঁতৰ সকলোকে ক্রমেৰে জই কৰি, সিইঁতৰ প্রতি ৰাজ্য আপোনাৰ ৰাজ্যৰ লগ কৰিলে ।

Is installed Grand Khan of the Tatars and Moguls.

১২০৬ সঁকত জঙ্গিচ খাঁই আপোনাৰ ৰাজ্য অতি সৰহ হোআ জানি তাতাৰ আৰু মগল জাতিৰ মাজত আপোনাকে মহা খাঁ নামে প্রখ্যাত কৰিবৰ ইচা কৰিলে; পাচে অতি ঐস্বৰ্জ্যেৰে মহা খাঁ নামে খিয়াতি হল । ইয়াৰ আগেএ তেঁওৰ নাম তিমুজিন আচিল, কিন্তু তাৰে পৰা তেঁও জঙ্গিচ খাঁ নামে প্রসিধ হল । সেই কালত তাতাৰ দেসৰ সৰু সৰু অধিকাৰবিলাকে একে মন হৈ আপোন আপোন প্রদেসবোৰ জঙ্গিচ খাঁ আৰু তেঁওৰ বংসলৈ আপোন আপোন ইচা মনেৰে সমৰ্পন কৰি দিলে । তেঁও মহা

তাতাৰ দেশৰ সৰু সৰু অধিকাৰবোৰৰ অধিক ভাগ এই ৰূপে আপোনাৰ অধিনৰ তলত একে লগ কৰি চিন দেশাধিকাৰৰ ভুঅলি তাতাৰৰ পৰা গুচাবলৈ থিৰ কৰিলে; কিয়নো অনেক কালৰে পৰা তাতাৰ দেশৰ ৰজাবিলাক চিন দেশৰ অধিন হৈ আছিল, তথাপি সেয়ে চিনহে।

Invades and conquers China.

তাতাৰ দেশ জই কৰিবৰ সময়ত জঙ্গিচ খাঁই সক্রবোৰে সৈতে কেৱল পথাৰত যুধ কৰিব লগা হল; কিয়নো সেই ঠাইত কোনো কোঁঠ থকা নগৰ নাছিল, কিন্তু চিন দেশ আৰু পূব দখিন দেশৰ কোঁঠ সকত ঠাই কৰা আছিল, সেই কাৰনে তাক জই কৰোঁতে জঙ্গিচ খাঁৰ আঠ বচৰ পলম হল। তাতে বহু প্রানি বধ হোআত বন থলিও তেজেৰে সমুদাই তিতি গল। এক সময়ত চিনৰ ৰজাই এক লাখ সৈন্য আনি জঙ্গিচ খাঁক পৰাজই কৰিলে, কিন্তু জঙ্গিচ খাঁ অতি সিঘ্রে আপুনি পৰাৰ পৰা উঠিল। ১২১৪ সঁকত জঙ্গিচ খাঁই চিন দেশৰ অধিক ভাগ একে বেলিএই নষ্ট কৰিলে, তাৰ চাৰি কুৰি দহ খন নগৰ জিনি লৈ সেই আটাইবোৰৰ ধন লুট কৰি আপোনাৰ ৰাজ নগৰলৈ পঠাই দিলে, আৰু বহু সৰু ভাঙ্গৰ নগৰ জুইৰে পুৰি তাৰ নিবাসি তিৰি, পুৰুস, লৰা চোআলি বনত জিবোৰ ৰখ্যা পৰি থাকিছিল, সেইবোৰক দেসান্তৰ কৰি থলে। তাৰ পাচত চিনৰ ৰাজ নগৰ বেৰা দি ধৰিলে, তাতে চিনৰ মহা ৰজাই তেঁওৰ খেমা কিনি ললে; কিন্তু জঙ্গিচ খাঁই চিন ৰজাৰ ভদ্র লোকবিলাকৰ পৰা পাঁচ স লৰা, আৰু তিনি হেজাৰ ঘোঁৰা আৰু অনেক ধন লৈ খেমা কৰিলে। পাচৰ বেলি জোআৰ সময়ত সেই পাচ স লৰা বধ কৰিলে, আৰু আপুনি মিলন পত্রত অমান্তি হৈ পুনৰাই সেই ৰাজ নগৰ বেৰি ধৰিলে, আৰু বহু দুখেৰে তাক লৈ পাচিফিক সমুদ্রলৈকে তাৰ অধিকাৰ হল।

He subdues the Tatars.

ইয়াৰ পাচত তেঁও পচিম ফালে গৈ তুৰুকবিলাকক জই কৰিলে, আৰু আপুনি মহা ৰাজ্য থিৰ কৰি, আচিয়া ৰবিলৰ মাজত তেঁওত বাহিৰে আৰু সকলতকৈ মহা ৰজা কাৰাজিমৰ বাদসা মহমদৰ লগত মিত্তিৰ হবলৈ আস্থা কৰিলে। অনেক দিনৰ মূৰত সেই দুয়ো ৰজা এনে মিত্তিৰ হল, ই দেশৰ পৰা সি দেশলৈ সোন ৰূপৰ ভৰা নির্ভই ৰূপে নিব পাৰিছিল, কিন্তু চুলতান মহমদে জঙ্গিচ খাঁৰ অতিসই ঐশ্বর্য্য বৰ্হা দেখি তেঁওৰ বিৰোধে অসুয়া কৰিবলৈ ধৰিলে, আৰু অতি অমর্জতা তাৰে মগলবিলাকক দুখ দিবলৈ ধৰিলে।

He marches to attack Mahomed of Kl

অনেক দিনৰ মূৰত চুলতান মহমদে বাগদাদত থকা কালিফৰ ওচৰলৈ আপোনাৰ অহঙ্কাৰ প্রকাস কৰিলে। তাতে সেই কালিফবোৰে বাটত লোকে চিনি নে পাবৰ হেতুকে এটা কটকিৰ মূৰত আপোনাৰ কোনো চিন লগাই জঙ্গিচ খাঁৰ ওচৰলৈ গুপুত ৰূপে পঠাই দিলে, তাৰ দোআৰাই জঙ্গিচ খাঁক চুলতান মহমদৰ অহিতে ৰন কৰিবলৈ মাতিলে। কিন্তু জঙ্গিচ খাঁই চুলতান মহমদৰ লগত আগৰ ভাৱে মিত্রতা থাকিবৰ কাৰনে আৰু তেঁওৰ দেসে সৈতে সদাই আপোনাৰ লোকে বেহা বেপাৰ কৰি থাকিবৰ হেতুকে সেই কথাত অসম্মত হল, আৰু তেঁও মহমদৰ অহিতে কৰিবলৈ গ্রাজ্য ন কৰি তেঁওৰ দেসৰ আত্ৰাৰ নগৰলৈ দু কুৰি দহ জন মহাজনক পঠাই দিলে। পাচে সেই নগৰৰ অধিকাৰে সেই পঞ্চাস জন মহাজনক অতি নির্দয়া ৰূপে বধ কৰিলে। ইয়াতে জঙ্গিচ খাঁই বুলিলে, বোলে, সেই নগৰৰ অধিকাৰে আপোনাৰ ৰজাৰ অনুমতিৰ বাজে এনে কৰম কৰিব নোআৰে। জঙ্গিচ খাঁই এই বিৰোধৰ কথা সুনি যুধ কৰিবলৈ মনত নিচই কৰিলে, আৰু আপোনাৰ অধিন হোআ ৰজাবিলাকৰ আগত এই যুদ্ধৰমৰ বাত্রা জনাবলৈ মানুহ পঠালে, আৰু সেই কথাৰ দোআৰাই সিবিলাকৰো ক্রোধ জনমালে, তাতে চুলতান মহমদৰ নিৰপৰাধি ৰাজ্যৰ ওপৰত আপোনাৰ ক্রোধ ৰাকিবৰ নিমিত্তে সাত লাখ সৈন্য গোটা খুআলে। তেঁও জি

সৈন্যৰ ওপৰত আক্ৰমন কৰিবলৈ গল, সেই-বিলাক সেনা অতি সাহিয়াল, আৰু জুধৰ কৰ-মত অতি নিপুন, এই নিমিত্তে তেঁও আপোনাৰ সেনাবোৰৰ মাজত অনেক নতুন ধাৰা থিৰ কৰিলে, আৰু জিবিলাকক সৰ্তক আৰু গিয়ানি পালে, সেইবোৰক সেনাপতি পদ দিলে, আৰু সেনাবোৰৰ মাজত নানা ৰুপ নিয়ম থিৰ কৰিবলৈ অতিসই ৰুপে মনজোগ কৰিলে । ১২১৮ সঁকত তেঁও জুধ কৰিবলৈ জাত্ৰা কৰি গল । মহমদেও চাৰি লাখ সেনা গোটাই জঙ্গিচ খাঁৰ লগত জুধ কৰিবলৈ ওলাল । আৰু বাপেক পুতেকে দেখা দেখি হোআৰ আগৈএই চমাৰখণ্ডৰ পথাৰত জঙ্গিচ খাঁৰ পুতেক জুগিৰ আগ্যাত অনেক সৈন্যৰ লগত জুধ দিলে ।

He captures the city of Bokhara.

সেই অতি ঘোৰ আৰু ৰক্তময় জুধ হল, কিন্তু কাৰো জই নিচই ন হল । পাচে গধুলি বেলা জুগিএ আপোনাৰ সৈন্যবোৰক লৈ বাপেকক বিচাৰি গল; আৰু মহমদে ৰাতি পুআই উঠি আপোনাৰ এক লাখ তিনি কুৰি হেজাৰ সেনা মৰা পালে । তাতে আৰুও এই ৰুপে সৈন্য মৰা পৰিলে নিচই নাস হব বুলি পুনৰাই জুধ কৰিবলৈ মন ন কৰি গুচি গল । আৰু সেই কাৰনে ক্ৰমেৰে জুধ কৰিবৰ ইচাৰে আপোনাৰ অধিনৰ প্ৰধান প্ৰধান নগৰত বহু বহু সৈন্য গোটাই থলে, আৰু জঙ্গিচ খাঁৰ সমুখৰ পৰা লাহে লাহে পাচ হুহকি জাব ধৰিলে । জঙ্গিচ খাই ক্ৰমে এক নগৰৰ পৰা আন নগৰ, এই ৰুপে নগৰ লব ধৰিলে, আৰু লঁওতে লঁওতে মহা নগৰ বোখাৰা পালেগৈ, কিন্তু তালৈ আহি ৰলহি । এই অতিসই খিয়াতিমন্ত নগৰৰ বেৰে ৯ ক্ৰোচ আছিল, আৰু তাৰ ভিতৰত মনোহৰ উদ্যান আৰু খেতি আছিল । সকলোতকৈ এই নগৰৰ সিল্প বিদ্যা আৰু অন্য অন্য বিদ্যাও অতি প্ৰসিধ আছিল, আৰু আচিয়াৰ সকলো ঠাইৰ পৰা চাত্ৰবোৰ সেই ঠাইলৈ আহি বিদ্যা সিকিচিল । জঙ্গিচ খাঁই ন মাহলৈকে সেই নগৰ বেৰি ধৰি থাকি সেসত তাৰ অধিকাৰ হল । পাচত নগৰৰ সৈন্যবোৰে একো উপাই নো পোআত ৰাতিএই তাৰ পৰা পলাবলৈ ধৰিলে; কিন্তু জঙ্গিচ খাঁই সিহঁতৰ পাচে পাচে খেদি গৈ এটাকো সেস ন ৰখাকৈ সংহাৰ কৰিলে । তাৰ পাচত সেই নগৰ খন জঙ্গিচ খাঁৰ অধিন হল । পাচত জঙ্গিচ খাঁই সিহঁতৰ মহা প্ৰধান মচিদত সোমাই ঘোঁৰাৰ পৰা নামি সেই নগৰৰ অধিকাৰকে আপোনাৰ ঘোঁৰা ধৰিবলৈ আগ্যা কৰিলে, আৰু সিবিলাকৰ কোৰান নামে ধৰম পুথি খন লৈ ঘোঁৰাৰ ভৰিৰ তলত পেলাই দিলে । তাৰ পাচত তেঁও সেই ঠাইত ৰহিলত তেঁওৰ সৈন্যবোৰে সেই ঠাইক মান্য ন কৰি আহাৰ পান কৰিবলৈ ধৰিলে ।

ইয়াৰ পাচত তেঁও নগৰৰ উত্তম উত্তম বস্তুবোৰ আপোনাৰ আগলৈ আনিবলৈ নগৰৰ অধিকাৰবোৰক আগ্যা কৰিলে, আৰু সিবিলাকত কলে, বোলে, জদি তোমোলাকে আপোন আপোন সম্পতি আনা, তেন্তে নিৰাপদে থাকিব পাৰিবা; কিন্তু পাচত তেঁও সুনিলে, বোলে, মহমদৰ অনেক অনেক সেনা নগৰৰ কোনো ঠাইত গুপুতে লুকাই আছে, এই অনুসন্ধান পাই তেঁও সেই নগৰ অগ্নিৰ দোআৰাই দাহ কৰিবলৈ আগ্যা কৰিলে । তাতে নগৰৰ ঘৰবিলাক কাঠেৰে সজা হোআত খেনেকতে অগ্নিএ ভস্ম কৰি পেলালে, কেৱল মহমদৰ ৰাজ ঘৰ সিলেৰে সজা দেখি নো পোৰাকৈ থাকিল । এই ৰুপে তেঁও বিদ্যাৰম্ভ আৰু উত্তৰ আচিয়াৰ ভুসন ৰুপ বোখাৰা নগৰ নিৰ্দয়া ৰুপে পুৰি নষ্ট কৰিলে । তাৰ পাচত তেঁও আত্ৰয়ি নগৰলৈ তাৰ মাজত থকা মহমদৰ সকলো সৈন্যক সংহাৰ কৰিলে ।

Death of Sultan Mahomed.

তাৰ পাচে তেঁও আপোনাৰ বাটে জাঁওতে জাঁওতে চমাৰখণ্ড নামে মহা এখন নগৰৰ ওচৰ পালেগৈ । সেই ঠাইতে মহমদে এক লাখ দহ হেজাৰ সেনা আৰু ডেৰ কুৰি সেনাপতি ৰাখি থৈছিল । কিন্তু নগৰৰ লোকবিলাকে সেই সেনাপতিবোৰে সৈতে বিৰোধ বিৰুধি হোআত জঙ্গিচ খাঁ সোমাবৰ কাৰনে সি-

হঁতে তেঁওলৈ নগৰৰ দুআৰ মুকলি কৰি দিলে। তাতে জঙ্গিচ খাঁই সেই নগৰ লৈ তাৰ ভিতৰত ত্রিচ হেজাৰ সৈন্যক সংহাৰ কৰি তাৰ বস্তুবোৰ লুট কৰিলে। পাচে মহমদক নগৰে নগৰে খেদি জোআত সেসে তেঁও ফ্যাজিনা নগৰত আস্রই ললে। তাতে তেঁওৰ সৈন্যবিলাকৰ উচন হোআত তেঁও আৰু তেঁওৰ অৱসেস থকা সেনাপতিবিলাকো পলাই গল। এই ৰুপে মহমদেও আপুনি কাস্পিয়ান সমুদ্রৰ ওচৰত থকা এক নগৰলৈ পলাই গল। তাতে তেঁও ইস্বৰৰ সেৱা কৰি থকা কালত মগলৰ ঘোঁৰাবোৰ তেঁওৰ সমুখ পোআহি দেখি এখান সৰু নাৱত উঠোঁতেই তিৰৰ পৰা সত্রুবোৰে কঁৰিয়াবলৈ ধৰিলে, কিন্তু কাঁৰে তেঁওৰ ওচৰ নে পালে। তাৰ কিচু কালৰ পাচতে তেঁও নৰিয়া পৰিল, তাতে এক সৰু মাজুলিলৈ নাৱৰ পৰা উঠি গল, আৰু আপোন পুত্র জলাল উদিনৰ হাতত আপোনাৰ ভৰি বাধি এক সৰু চাউনিৰ মাজত অতি দুখেৰে মৰি গল। তেঁওৰ প্রধান উজিৰে তেঁওৰ ম্রিত্যু সৰিল আপোন হাতেৰে ধুই আন কাপৰ নো হোআত আপোনাৰ কাপৰেৰে স মেৰালে। এই ৰুপে কাৰাজিমৰ মহা বাদস্যাই আপোনাৰ সত্রুবোৰে ভোগ কৰিবৰ কাৰনে আচিয়া বৰিস তিয়াগি ম্রিত্যু হল।

His Queen captured and Kharazim destroyed.

মহমদৰ ম্রিত্যুৰ পাচতো অনেক নগৰ কাৰাজিমৰ অধিনত আচিল, তথাপি মগলৰ সৈন্যবোৰ ঠায়ে ঠায়ে গোট খাই থকাত জলাল উদিনে অথিৰ মতে জুধ কৰিলে। মহমদৰ ৰানিএ সেই ৰাজধানিতে ৰাজ্য কৰি আচিল; তেঁও গিয়ানত আৰু নির্দয়াত জেনে আচিল, সেই ৰুপে জলাল উদিনৰ প্রতি খিয়াল আচিল। অনেক কালৰ পাচত সেই ৰানি অঙ্গিচ খাঁৰ হাতত পৰিলত, তেঁও তাইক কুকুৰৰ দৰে অৱসেস আহাৰ দিবলৈ ধৰিলে। আৰু জি জি প্রদেস আগেএ ৰানিৰ অধিন আচিল, তেঁও সেই ঠাইলৈকে ৰেটিৰ দৰে অমান্য কৰি তেঁওক লৈ ফুৰাইচিল। এনে সময়ত জঙ্গিচ খাঁই আপোনাৰ তিনি পুত্রক কাৰাজিমৰ ৰাজধানি বেৰিবলৈ দিলে, কিন্তু সিহঁতে অতি দ্রিঢ ভাৱে জুধ কৰি স্বতন্ত্র হৈ থাকিল। এই কালত জলাল উদিনে আপোনাৰ সত্রুবোৰৰ আগত পলাই গল, তাতে সেই নগৰৰ কোনো উপকাৰ কৰিব নোআৰিলে। মগলবোৰে অনেক কাল নগৰ বেৰি থকাৰ পাচত অতিসই জতন পূর্বক ওচৰত থকা নদি আন ফাললৈ ওভোতালে, আৰু তাৰ মাটিৰে নগৰৰ খাৱৈ পুৰুআত আগতৈক ওচৰ হৈ ৰন কৰিলে তাতে ক্রমে ক্রমে সেই নগৰৰ অধিকাৰ কৰিলে। নগৰ ৰখাবিলাকে এক কোঁঠৰ পৰা আন কোঁঠলৈ হুহকি আহিল, আৰু মগলবিলাকক বহু দুখ দিলে। সেসে নগৰ ৰখিয়াবোৰে কোনো উপাই নে দেখি নগৰত জুই লগাই দাহ কৰিলে। পাচত জঙ্গিচ খাঁৰ পুতেকে ইয়াৰ প্রতিফল দিবৰ হেতুকে সেই নগৰৰ এক লাখ লোকক সংহাৰ কৰিলে, আৰু অৱসেস লোকক বন্দি কৰিবলৈ সিহঁতক কইদ কৰি লৈ গল। তাতে ইমান বন্দি হল, জঙ্গিচ খাঁৰ প্রতি জন সেনাৰ অধিনত একুৰি চাৰি জনকৈ ভাগত পালে।

১২২১ সঁকত সিবিলাকে কাৰাজিমৰ ৰাজধানি জই কৰি ললে, আৰু আন আন নগৰৰ লোকে ইয়াৰ দুর্দসা দেখি আপোনা আপুনি জঙ্গিচ খাঁৰ অধিন হল। জঙ্গিচ খাঁই তলমি নগৰ লৈ তাৰ সকলো ৰখিয়াবোৰক বধ কৰিলে। আৰু নিচা নামে নগৰৰ তিনি কুৰি হেজাৰ লোকক পথাৰলৈ নি এটা এটাকৈ বধ কৰালে।

Jenghiz Khan plunders Balkh and massacres the Inhabitants.

ইয়াৰ পাচত আপোনাৰ সৈন্যবিলাক এলেহুআ ন হবৰ কাৰনে তেঁও এক মহা ম্রিগয় কৰিবলৈ আগ্যা কৰিলে। ১২২১ সঁকত ঘাম কালিত তেঁও বলখৰ মহা নগৰ বেৰিলে। সেই নগৰ বহু বেপাৰৰ দোআৰাই অধিক ধনৰ ঠাই আচিল; তাৰ মাজত অতি সকত ৰুপে গঁথা অনেক অটালিকা, বাৰে স মন্দিৰ, আৰু দুস স্নান কৰা ঘৰ আচিল। তেঁও আগ হোআ মাত্রকে তাৰ লোকবিলাকে তেঁওৰ হাতত নগৰ

সমর্পন কৰি দিলে, আৰু তেঁও তাৰ সকলো বহু মুল্য বস্তু আপোনালৈ লুট কৰি ললে। পাচে আপোনাৰ পুত্ৰ তলিৰ অধিনত চাৰি কুৰি হেজাৰ সৈন্য দি জলাল উদ্দিনৰ পাচত পঠালে। তলিএ তেঁওক ধৰিব নোআৰি মাৰু নগৰ বেৰিলে। মাৰু নগৰৰ অধিকাৰে সেই নগৰ তেঁওক দিবৰ নিমিত্তে তেঁওলৈ কটকি পঠাই দিলে, কিন্তু তাতে আপোন সাধ্যানুসাৰে কেৱল আপোনাৰহে কুসল বিচাৰিলে। তাতে তলিএ প্ৰতিগ্যা কৰি নগৰৰ অধিকাৰক কলে, বোলে, জদি তুমি সত্য ৰূপে তোমাৰ নগৰৰ ধনৱন্ত লোকৰ সম্পত্তিৰ লেখ দিয়া, তেতিয়া তোমাৰ আৰু তোমাৰ চাৰি স বন্ধুৰ ওপৰত কোনো আপদ ন পৰিব। তেঁও এই ৰূপে অনুসন্ধান কৰি ধনৱন্ত লোকৰ সকলো ধন লৈ সিইঁতক নগৰৰ বাহিৰে চাউনি কৰি থাকিবলৈ আগ্যা কৰিলে। সেই নগৰৰ ভিতৰত অতিসই মানুহ সৰহ হোআত লোকবিলাকে তাৰ বাহিৰলৈ জাঁওতে চাৰি দিনৰ পলম হল। পাচে তেতিয়া সিবিলাক নগৰৰ বাজ ওলাই পথাৰ পালে, তেতিয়া সিবিলাকৰ সকলোকে সংহাৰ কৰিলে, তাতে জিবিলাক কাকতিএ সিইঁতৰ নাম লিখিচিল, সিবিলাকে লেখ কৰি চোআত এক লাখ লোকৰ প্ৰান মৰা পালে। এয়ে চতুৰ্থ বাৰ সেই নগৰ লুট কৰা গল, আৰু আগৰ কেই বাৰ লুট কৰাতো বেলিএ পতি মৰা মানুহ পঞ্চাস হেজাৰতকৈ কম ন হই।

His son Tuli takes Nishabor.

তাৰ পাচত তলিএ সুনিলে বোলে, জলাল উদ্দিন নিচাবৰ নামে নগৰলৈ পলাই গৈচে, সেই কাৰনে তেঁও সেই নগৰক বেৰা দিলে। নগৰ ৰখিয়াবোৰে তেঁওৰ সহিত সিংহৰ দৰে জুধ কৰিলে, কিন্তু ত্ৰিতিয় দিনৰ মুৰত তলিএ এটা গুপুত বাটে দি তাৰ ভিতৰ সোমাই ইমান লোকক বধ কৰিলে, তাক গননা কৰোঁতে বাৰে দিন লাগিল, আৰু সেই নগৰৰ মুল আদি কৰি নষ্ট কৰিলে। সেই কালৰ এক ইতিহাস লিখকে এই ৰূপ গননা কৰি কৈচে, বোলে, সেই নগৰ আৰু তাৰ চাৰিও কালৰ নগৰৰ মাজত সত্তৰ লাখ লোকৰ বধ হল। পাচে হিৰাট নগৰ আৰু সিন্ধু নদিৰ পচিম কালৰ সকলো নগৰ তেঁওৰ হাতত পৰিল। জলাল উদ্দিনে এবেলি মগল সৈন্যবোৰক পৰাজই কৰিচিলে হই, কিন্তু পাচে সিইঁতৰ সমুখৰ পৰা পলাই আৰৰ কাল হল। অনেক দিনৰ মুৰত জঙ্গিচ খাঁই সিন্ধু নদিৰ তিৰত জলাল উদ্দিনক লগ পালে, আৰু তাতে দুয়োবো ঘোৰ জুধ লাগিল। চাৰিও কালৰ সত্ৰুৰ লগত জুধ কৰি থকা হেতুকে জঙ্গিচ খাঁই তেঁওক অতি চাপি বনুআ বুলি জানি আপোনাৰ সকলো বুধি উলিয়ালে, তাতে জলাল উদ্দিনে সাহ আৰু গিয়ানত সম্পূৰ্ন হৈও পৰাজই হল।

He pursues Jelal-ud-din.

জঙ্গিচ খাঁই জলাল উদ্দিনক জিয়াই জিয়াই ধৰিবৰ ইচা কৰি সিন্ধু নদি জেনে ধেনু ভিৰিয়া, সেই ৰূপে আপোনাৰ সেনাকে ধেনু ভিৰিয়া কৰি তেঁওক বেৰি ধৰিব দিলে। পাচে জলাল উদ্দিনে সিন্ধু নদিৰ বাহিৰে আৰু পলাবৰ ঠাই নে দেখি, আপোনাৰ সন্তান আৰু তিৰিএ সৈতে বিদাই হৈ আন অস্ত্ৰ এৰি কেৱল তৰোআল আৰু ধেনু কাঁৰ লৈ এটা খৰতকিয়া ঘোঁৰাত উঠি সিন্ধু নদিলৈ জাঁপ দি পৰিল। তাতে জঙ্গিচ খাঁই তিৰলৈ আহি জলাল উদ্দিনৰ ঘোঁৰাক সিন্ধু নদিৰ ঢৌএ সৈতে জুধ কৰিবৰ দেখিলে। চুলতান জলাল উদ্দিনে নদিৰ মাজত থাকি জঙ্গিচ খাঁক হেয় গিয়ান কৰি আপোনাৰ টোনৰ কাঁৰ মাৰি ঢুকুআৰ ধৰিলে। জঙ্গিচ খাঁই তেঁওৰ এনে সাহ দেখি আপোনাৰ কোনো সেনাপতিক তেঁওৰ পাচে খেদি জাবলৈ নিসেধ কৰিলে, কিন্তু অকল জলাল উদ্দিনৰ পুতেকৰ ওচৰলৈ আহি কলে, বোলে, এনেকুআ বাপেকৰ পোআলি হলে কোন পুত্ৰৰ অহঙ্কাৰ ন জন্মিব! জলাল উদ্দিনে নদি পাৰ হৈ হিংসক জন্তুৰ ভয়ত এক গচৰ ওপৰত সুই থাকি, প্ৰথম নিসা নিয়ালে। তাৰ পাচে অলপ কালৰ পাচতে তেঁওৰ কেতবোৰ সেনাপতিএ তেঁওৰ লগ ললেগৈ, তাতে তেঁও হিন্দুস্থানৰ অনেক প্ৰদেস জুধত জই কৰি ললে; কিন্তু

তেঁওৰ পিত্ৰিৰ ৰাজ্য জি ৰুপে নষ্ট হল, সি আৰু কেতিয়াও একে লগ হব বুলি আসা কৰিব নোঅৰা হল। ইয়াৰ পাচত জলাল উদিনে জিমান কাল নিয়ালে, সেই সকলো কালত কেৱল দুৰ্ঘটনাৰেহে গল।

He conquers Georgia, Kandahar, Guzarat, and Ghazni.

সিন্ধু নদিৰ তিৰত জি ৰন হৈছিল, তাতে জঙ্গিচ খাঁৰ কুৰি হেজাৰ সেনা মৰা হল। সেই জুধৰ পাচত তেঁও পাৰ্চি দেসৰ ইৰাক লৈ আপোনাৰ সৈন্য পঠালে, তাৰ পৰা সেইবোৰক আকও জৰ্জিয়া দেসলৈ পাঁচিলে, আৰু তাতে তেঁও সেই দুয়ো দেস জই কৰিলে। তাৰ পাচে জঙ্গিচ খাঁই নিজে কান্ধাৰ দেসলৈ গমন কৰি সেই দেসকো আপোনাৰ অধিন কৰি ললে। এনে সময়তে তেঁওৰ এক সেনাপতি সিন্ধু নদি পাৰ হৈ মুলতান দেসক আক্ৰমন কৰি জিনিলে। আৰু তেঁওৰ অন্য এক সেনাপতি গুজৰাটলৈ গল, কিন্তু গুজৰাটৰ ৰজাই অনেক কালৰে পৰা আপোনাৰ দেস ৰথ্যা কৰি থাকি সত্ৰুক লৰ নি দিলে; তথাপি দুতিয় বাৰত সেই সেনাপতিএ তাক জই কৰি আপোনাৰ অধিন কৰিলে, আৰু তাতে মগলবোৰে অহঙ্কাৰ কৰি কলে, বোলে, আমি এই নগৰত সোলে লাখ মানুহৰ মুৰ চেদ কৰিলোঁ। পাচত জঙ্গিচ খাঁৰ পুতেকে পচিম হিন্দুস্থানৰ পুৰ্ব্বৰ ৰাজধানি গজনিন নগৰ আক্ৰমন কৰিলে, কিন্তু নষ্ট ন কৰাকৈ ৰাখিলে। এই সকলো জুধৰ পাচত সেই মহা খাঁ পুনৰাই বোখাৰা দেসলৈ জাত্ৰা কৰিলে, জি হেতুক বোখাৰা দেস নষ্ট হব লগা হৈছিল। তাতে তেঁও গিয়ানৱন্ত মচলমান লোকে সৈতে ধৰমৰ বিসয়ে বাদ বিচাৰ কৰিলে; তাতে মচলমানবিলাকে এই উত্তৰ দি কলে, বোলে, আমাৰ ধৰমৰ পাঁচোটা প্ৰধান নিতি আচে; প্ৰথম, সকলোৰে স্ৰিষ্টি কৰ্ত্তা অতুল্য অদ্বিতিয় পৰম ইস্বৰত ভক্তি কৰা; দুতিয়, দৰিদ্ৰ লোকক বচৰি আৰ্জ্জন কৰা বস্তুৰ চাৰি ভাগৰ এভাগ দান কৰা; ত্ৰিতিয়, দিনৰ মাজত পাঁচ বেলি নামাজ অৰ্থাত প্ৰাৰ্থনা কৰা; চতুৰ্থ, বাৰে মাহৰ মাজত এক মাহ ব্ৰত কৰা; আৰু পঞ্চম, আপোনাৰ জিৱনৰ কাল থাকোঁতে এবেলি মাকা নামে তিৰ্থলৈ গৈ ইস্বৰক আৰাধনা কৰা। ইয়াতে জঙ্গিচ খাঁই উত্তৰ দি কলে, প্ৰথম চাৰি বিধ নিতি মোৰ মনে গ্ৰাজ্য কৰিচোঁ, কিন্তু পঞ্চম বিধ হলে মই অগ্ৰাজ্য কৰোঁ, কিয়নো সকলো প্ৰিথিৱি ইস্বৰৰ, এই হেতুকে এক থানতকৈ জে আন থানত ইস্বৰক আৰাধনা কৰাৰ প্ৰয়োজন বুলি ভাবনা কৰাতোএই অনুচিত আৰু ধেমালিৰ কথা।

Convenes a grand Diet at Tokat.

ইয়াৰ পাচত জঙ্গিচ খাই আত্ৰথানৰ অহিতে জাত্ৰা কৰি গল। আত্ৰথানৰ লোকবিলাকে জঙ্গিচ খাঁৰ আগত অতি নম্ৰ হল, তাতে তেঁও সিবিলাকলৈ অনুগ্ৰহ কৰি অনেক বচৰলৈকে সিবিলাকৰ ৰাজ কৰ এৰিলে। ১২২৪ সঁকত তেঁও তোকাত নগৰত দেসৰ এক মহা সভা গোটালে। তাতে তেঁও সেনাপতি, আৰু আপোনাৰ অধিন হোআ ৰজাবিলাকক, আৰু মিত্ৰ ৰজাবিলাকৰ উকিলবোৰক গোটাই একে ঠাই কৰিলে। সিবিলাক সকলোকে এক পথাৰত এক মাহলৈকে ৰাখি নানা ৰুপ সুখে উত্তম বস্তুৰে ভোজন কৰাই সেসত সকলোকে সন্তোস ভাৱে বটা দিলে। সেই পথাৰ থন দিঘে দহ ক্ৰোচ আধা ক্ৰোচ আছিল, তথাপি সেই লোকবিলাকৰ নিমিত্তে তাত ঠায়ে নুকুৰিচিল। সেই ঠাইতে চিন দেসৰ পুব সিমাৰ পৰা, আৰু পাৰ্চি দেসৰ পচিম সিমাৰ পৰা আৰু উত্তৰে তাতাৰ উত্তৰ সিমাৰ পৰা লোক সকল তালৈ আহি গোট খাইচিল। জঙ্গিচ খাঁৰ সভা থনত অনুমানে দুই হেজাৰ লোক ধৰে। তাৰ মাজতে অতিসই সোভিত এক সিংহাসন আছিল, আৰু আপোন পিত্ৰি ৰাজ্য ভোগ কৰাৰ কালত জি আসনত তেঁও বহিছিল, সেই আসনক আপোনাৰ আগৰ কালৰ দুখিত কথা সুঁৱৰিবৰ কাৰনে তাক সেই সিংহাসনৰ ওপৰত পাৰি দিচিল। প্ৰত্যেক তাম্বুৰ ওপৰত অতি উত্তম পাট কাপৰ খুআইচিল, তাতে সেই চাউনি ৰুপ মহা নগৰ মহা ঐস্বৰ্জ্যমন্ত দেখা গৈচিল। তেঁও সেই সিংহাসনৰ ওপ-

ৰত্ত বহি উত্তম ভাৱে এক প্ৰসঙ্গৰ কথা কলে, আৰু আপুনি কৰা ৰাজ আগ্যা সকলোৰে আগত পৰ্হিবলৈ আগ্যা কৰিলে, তাৰ পাচে তেঁও সিংহাসনৰ পৰা নামিলত সভা ভঙ্গ হল।

আপোনাৰ দেস জই কৰা বাযু নু গুচাত তেঁও হিন্দুস্থানৰ উত্তৰ ভাগত থকা চিন দেস জি অৱস হৈ আছিল, তাকে জই কৰিবৰ হেতু সৈন্য সমনিতে জাত্ৰা কৰি গল, আৰু তাতে কৰিয়া, হেয়া, আৰু তুৰুকৰ স্বতন্ত্ৰ হৈ থকা এক জাতিক জিনি আপোনাৰ অধিন কৰিলে।

He dies in China.

১২২৭ সকত চিন দেসৰ এক হাবিত তেঁও নৰিয়া পৰিল, আৰু তাতে তেঁওৰ অন্ত কাল ওচৰ হোআ বুজি আপোনাৰ পদত আন এজনক বহুআবলৈ মনত থিৰ কৰিলে। এই হেতুকে আপোনাৰ কোঁঅৰ কুঁঅৰিবিলাকক মাতি আনিলে, আৰু জি ভয়ঙ্কৰ প্ৰতাপি মুখ দেখি লোকবিলাকে ভঁই আৰু মৰ্জতা কৰিছিল, সেই মুখ তুলি সিবিলাকত কলে, বোলে, হে মোৰ পুত্ৰ সকল, মই প্ৰিথিবিৰ মাজত আটাইতকৈ ডাঙ্গৰ ৰাজ্য তইঁতক দিচোঁ; জদি ইয়াক ৰাখিবলৈ ইচা কৰইক, তেন্তে সকলোএ একে ৰাক্যতে থাক, কিন্তু জদি তইঁতৰ মাজত বিবাদ আৰু বিৰোধা বিৰুধি সোমাই, তেতিয়া সকলো সৰ্বনাস হব। পাচে তেঁও আপোন পুত্ৰ অক্তাইক মহা খাঁ নামে প্ৰসিধ কৰি পৰলোকে গমন কৰিলে। ইয়াৰ অনেক দিনৰ আগেএ তেঁও এক দিন ম্ৰিগয়া কৰিবলৈ গৈ এজোপা ব্ৰিখ্যৰ তলত জিৰাই আছিল, তেতিয়া সেই ঠাইকে তেঁও আপোনাৰ মৈদামৰ নিমিত্তে ভাল ঠাই বুলি মনত থিৰ কৰিছিলে। তাতে অতি আচৰিত ৰুপে মৈদাম বান্ধি সেই ঠাইতে তেঁওৰ স থোআ হল। তেঁওৰ মৈদামৰ ওপৰত সুন্দৰ ঘৰ সাজিলে, আৰু তাক দেখিবৰ কাৰনে জি জি মানুহ জেতিয়াই জাই, তেতিয়া সেই সেই মানুহে তাৰ চাৰিও ফালে সুন্দৰ সুন্দৰ গচ ৰুই আহে। এই কাৰনে অলপ কালৰ মুৰতে সেই মৈদাম প্ৰিথিবিৰ মাজত সকলোতকৈ অতি সুন্দৰ মৈদাম হল।

His Character.

মহা জইজুক্ত লোকৰ জি জি গুন, সেই সকলো গুন জঙ্গিচ খাঁৰ আছিল, অৰ্থাত মহা কিৰ্ত্তিৰ পাণ্ডু লেখ কৰিবৰ গুন অতুল্য গিয়ান আকাসিত গতি, আৰু জল সোঁতৰ নিচিনা মুৰক্তা অতি সহন আৰু সতৰ্ক চোকা বুধি; কিন্তু তেঁওৰ এই সকলো গুন নিৰ্দয়া ব্যৱহাৰ কৰমেৰে ঢকা হৈছিল। তেঁওৰ দৰে কোনো জইজুক্ত লোকে ইমান অলপ কালৰ ভিতৰত এনে মহা ৰাজ্য কৰা নাই, আৰু কোনো মানুহে দোস আৰু তেজেৰে আপোনাৰ হাত মলিন কৰা নাই। তেঁও দু হেজাৰ সাত স ক্ৰোচলৈকে বিয়াপি থকা দেসৰ ওপৰত ৰাজ সাসন কৰিছিল, আৰু উত্তৰ ফালতকৈ দখিনৰ ফালৰ দেস পোন্ধৰ স ক্ৰোচলৈকে বিয়াপি আছিল। চিন দেসৰ ইতিহাস লিখকে কৈচে, বোলে, তেঁও একুৰি দু বচৰৰ ভিতৰত এক কোটি চাৰি কুৰি লাখ লোকক বধ কৰিলে, কিন্তু এই কথা অস্বৰুপ; তথাপি সকলোএ কোআ কুই কৰাৰ দোআৰাই বুজা জাই, তেঁও প্ৰানি বধ কৰাৰ সেস নাই। তেঁওৰ অনেক ভাৰ্জা আৰু অনেক সন্তান আছিল; কোনো কোনোএ তেঁওৰ পাঁচ স ভাৰ্জা আছিল বুলি লিখিচে।

তেঁও জি ৰাজ আগ্যা প্ৰকাস কৰিছিল, সেই ৰাজ নিতি অতি উত্তম হোআত আজিলৈকে তেঁওৰ দেসত সেয়ে চলতি হৈ আচে। আৰু তেঁওৰ এস এঘাৰে বচৰৰ পাচে তিমুৰ বেগ নামে এজন জনমি তেঁওৰ সকলো ৰাজ্যত সেই সকল নিতি ৰাখিবলৈ আগ্যা কৰিছিল। ন.ল.ক.



*Printed and published, Dec. 1853, by* N. BROWN, *at the Sibsagor Mission Press.*

# অৰুনোদই সম্বাদ পত্ৰ।

পঞ্চম চোআ। মোং সিৱসাগৰ, আগষ্ট, ১৮৫০ খ্রিং অং সঁক। নম্বৰ ৮

VOL. V. SIBSAGOR, ASAM, AUGUST, 1850. NO. 8.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

১৮৫১ সঁকত লণ্ডন নগৰত সকলো দেসৰ বন আৰু বিদ্যা প্ৰকাস হোআৰ কাৰনে জি মহা দর্সন হব, তাৰ নিমিত্তে এই এই বস্তু তালৈ পঠাবলৈ কলিকতা নগৰত এতিয়া পোআ গল। সোনোআলি বৰ মিহি কাস্মিৰৰ কাপৰেৰে সজা এক তাম্বু ঘৰ, তাৰ খুঁটা সোনেৰে বন্ধোআ; আৰু শ্ৰী মতি মহা ৰানিক ভেঁটি দিবৰ নিমিত্তে মুৰ্চিদাবাদৰ নবাবে দিয়া এখান হাতি দাঁতৰ বৰ সুন্দৰ খাট, আৰু ৬ খন চকি; তাৰ পৰা সোন আৰু ৰুপৰ সুতাৰে সিয়া এটা খাটৰ গাঁৰু, তাত মহা ৰানি বিক্তৰিয়া আৰু তেঁওৰ স্বামি প্ৰিঞ্চ আল্‌বৰ্ত্ত, এই দুই নাম মুকুতাৰে কাপৰত লিখা হৈছে, দুইৰো প্ৰথম আখৰ বহুমুল্য হিৰাৰে সজা হই; ইয়াত বাজে হিন্দুস্থান দেসত জেই বিধ বন আৰু কাৰ্জ মানুহবিলাকে কৰে, তাক দেখাবলৈ মানুহৰ সমান তাম্ৰৰ ১২০ মূৰ্ত্তি তদ্ৰুপ কৰি সাজিচে; নাঙ্গল, কোৰ, তাৰ বোজাকে আদি কৰি সকলো বস্তুএ সৈতে সজা হৈ জিয়াই থকা জেন দেখি। এইবোৰক কম্পানিৰ গোদামত সুমাই, পাচে আন সকলো বস্তুৰ লগত জাহাজে দি পঠাব।

নেপাল দেসৰ পৰা মহা কোঁঅৰ জঙ্গ বাহাদুৰে মহা ৰানিৰ দর্সন পাবলৈ ইঙ্গলণ্ড দেসলৈ গৈ ২৫ মেই তাৰিখত চৌথাম্‌তন নগৰ পালে। তাতে দান কটা বিসয়াবিলাকে সামান্য লোকৰ নিচিনাকৈ তেঁওৰ সকলো চন্দুক মেলি বস্তু চাবলৈ খৰিলে, তাতে মহা কোঁঅৰে বেজাৰ পাই উলটি জাম বুলি কলে। কিন্তু পাচে ৰাজ নগৰলৈ ৰাত্ৰা পঠালত তেঁওৰ কোনো বস্তু নু চুবলৈ ৰাজ মন্ত্ৰিৰ হুকুম পালে। পাচে নগৰলৈ গৈ তেঁও আৰু লগত জোআ তেঁওৰ দুই ভায়েকে সকলো লোকৰ পৰা মৰ্জ্জতা সত্‌কাৰ পাইচে। আৰু সেই নগৰত জি জি আচৰিত কৰম, ঘৰ, আৰু কৌতুক আচে, তাক দেখিবলৈ নিতৌ নিতৌ বখত জাই। তেঁওৰ চোলা আৰু পাগুৰিত লগাই দিয়া হিৰা মুকুতাৰ দৰ ১৫,০০,০০০ টকা; আৰু নেপালৰ ৰজাৰ পৰা মহা ৰানিলৈ জি ভেঁটি সকল নিচে, তাৰ দৰ ৫০,-০০,০০০ পঞ্চাস লাখ টকা। এদিন তেঁওৰ ভাইবিলাকে চেন্ত পৌল নামে বৰ গিৰ্জাৰ ওচৰত ৰথেৰে জাঁওতে এজন হিন্দু মানুহক আলি বাট সাৰিবৰ দেখিলে। সেই হিন্দু মানুহ কাৰোবাৰ চাকৰ হৈ দহ বচৰৰ আগোয়ে তালৈ গল; পাচে কাম নো হোআত জিবিকা পাবৰ নিমিত্তে আলিবোৰ সাৰি আচিল। তাৰ কথা সুনি মৰম লাগি তাক ৰথত তুলি লৈ গল; এতিয়া মহা কোঁঅৰৰ চাকৰ হৈ হিন্দু মতে কাপৰ পিন্ধি অতি বৰ পাই, সেই দুখিয়া মানুহৰ বৰ আনন্দ হল; আৰু এনে বৰ লোকে সৈতে ৰথত ফুৰি জাঁওতে তাৰ লগৰ ঠাই সবাবিলাকক দেখি সিইতক চেলাম কৰি, আপোনাৰ দুখ গুচিল বুলি হাঁহি থাকে।



আফ্ৰিকাত থকা হিপপতমচ, অৰ্থাত নদ্যশ্ব, বা পানি ঘোঁৰা।

The Hippopotamus.

জঙ্গ বাহাদুৰে জোআ জাহাজত এটা হিপপতমচ, অৰ্থাত পানি ঘোঁৰা আফ্ৰিকাৰ পৰা ইঙ্গলগুলৈ নিলে। সেই জন্তু অতি ডাঙ্গৰ আৰু ভয়ঙ্কৰ, এই দেসত পোআ নে জাই; তাৰ নকচা তলত লিখিচোঁ। সেই হিপপতমচ এতিয়া এবচৰতকৈ বয়সিয়া ন হই; তাৰ গৰাকি এজন আৰব লোক; সেই লোকৰ কথা সি বৰকৈ মানে, আৰু বৰ মৰমো কৰে; গৰাকিএ জেই পোনে জাই, সি কুকুৰৰ দৰে তাৰ পাচে খেদি জাব খোজে; গৰাকি ওচৰত নে থাকিলে সি ৰাতি নো সোএ, আপোনাৰ ঠোঁতোৰাৰে গৰাকিৰ ভৰি মাথোন চুব পাৰিলেহে সোএ। সেই কাৰনে তাৰ গঁৰালত সৰু বাট কৰি গৰাকিএ ভৰি তাতে দি ৰাতি সুই থাকে; গঁৰালৰ ভিতৰত সুৰলৈ ভই আছে, এনে বৰ জন্তু কি জানি অকস্মিতে তাৰ গাত পৰি প্ৰান মাৰিব। তাৰ গঁৰালত এটা পুখুৰি আছে; আদ খনি কাল সি পানিত্তে থাকে, আদ খনি কাল বামত্তে থাকে। হিপপতমচৰ লগত মাইকি সিংহ এজনি, আৰিচিনিয়া দেসৰ পৰ্বতিয়া চাগ এটা, আৰু আন কোনো কোনো জন্তু মহা ৰানিক দিবৰ নিমিত্তে মিচৰ দেসৰ ৰজা আবাচ বাদ্চাই সেই জাহাজত পঠাই দিলে।

শ্ৰীৰামপুৰ নগৰত হিন্দুৰ পাণ্ডাবিলাকৰ মাজত এই বচৰত বৰ কন্দল লাগিচে; তাত্তে মানুহবিলাক দু ভাগ হলত কেতবিলাকে জগনাথৰ ৰথ সাজি ফুৰালে; পাচে সি ভাগৰবিলাকে বাবু চিৰ্ব্ক্রিচেন বানৰ্জিৰ উপকাৰৰ দোআৰাই ৰাধাবলভৰ সুন্দৰ মুৰ্ত্তি ভালেমান ধনেৰে সাজি ৰথ ফুৰাই এক নতুন মত কৰিলে।

ভাপ জাহাজেৰে টনা কালিগঙ্গা নামেৰে এখান জাহাজত ৩৯ মহা চিন্ন কইদি লোকক আলাহাবাদৰ পৰা কলিকতালৈ নিবলৈ তুলি লৈ যাওঁতে, ২২ জুন তাৰিখত চাৰি ঘণ্টাৰ সময়ত পাটনা নগৰৰ দখিন কালে ৪ ক্রোচৰ আঁতৰ হলত দুজন কইদিএ বাহিৰ ফুৰিবলৈ প্রার্থনা কৰাত জি এভাল সিকলিৰে সকলোকে বন্ধা হৈছিল, তাক বখিয়া চিপাহিএ মুকলি কৰিলে। তেতিয়াই সেই চিন্নে সঙ্কেত কৰিলত সকলো বন্দিয়াৰে একেবেলিএই উঠি চিপাহিক আক্রমন কৰিলে। কইদিৰ ওচৰত থকা জি ৪ জন বৰকান্দাজ, সিবিলাকৰ দুটাক মাৰি, এটাক খুন কৰিলে, সি জন পলাল। জাহাজত পৰি থকা অনেক অস্ত্র সস্ত্র আছিল, সেইবোৰক লৈ বন্দিয়াৰে জাহাজৰ মানুহবিলাকে সৈতে জুধ কৰিৰ ধৰিলে। তাতে কাপ্তান চাহাব আৰু তেঁওৰ লগৰবিলাকৰ অস্ত্র সস্ত্র নাই কিয়াত জুধ কৰিব নোআৰি, ভয়েৰে সেই জাহাজ এৰি ওচৰত থকা ভাপ জাহাজত উঠিল। পাচে ভাপ জাহাজৰ মানুহে সেই জাহাজৰ লেজু কাটি তাক পেলাবৰ উপাই কৰাত চিন্নবোৰে গুলি মাৰি থাকি নিবাৰন কৰিলে। পাচে কাপ্তান চাহাবে ভাপ জাহাজ বালি চটত লগালে, তেতিয়া বন্দিয়াৰে সেই জাহাজত জি ধন আছিল, তাকে বিচাৰি লৈ সৰু নাৱত উঠি বামলৈ পলাল। পাটনা নগৰত এই কথা জনা হলত মাজিষ্ট্রেট চাহাবে চিপাহিক পঠাই ১৩ জনক ধৰি আনিলে; সিইঁতৰ মাজৰ এটা ভাগৰ লাগি গচৰ তলত সুই থকা পালে। দিন চাৰেকৰ পাচে আৰু ১১ জন নেপাল দেসৰ ফাললৈ গৈ গাঁৱত মাগি ফুৰাত ধৰা পৰিল; সি ১৫ জন মুকলি আছে, ধৰিবৰ নিমিত্তে গাই পতি ২৫০ কৈ কপ দিম বুলি গবর্নমেন্তে প্রকাস কৰি সুনাইছে।

সেই মাহৰ প্রথম তাৰিখত শ্রীমতি মহাৰানিৰ এজন পুত্র জনমিল; সেই দিনেই আৰ্থৰ ডিউক অৰু ওএলিংতনৰো জনম দিন হোআৰ কাৰনে তেঁওৰ নাম আৰ্থৰ সেই কোঁঅৰকো দিলে। এতিয়া মহা ৰানিৰ পুত্রেক জিএক সাত জন হৈছে।

ইঙ্গলণ্ডৰ গ্রিক দেসে সৈতে কাজিয়া লাগিলত ইঙ্গৰাজি জাহাজে সাগৰে আহি সেই দেসৰ ঘাট ভেঁটি, বেহা বেপাৰ কৰিবলৈ গ্রিক জাহাজক ওলাব নোমাব নি দিএ; পাচে গ্রিক লোকে বন হব বুলি ভই লাগি মিল হবলৈ নিবেদন কৰিলে, আৰু ইঙ্গৰাজি লোকৰ জি বস্তু হানি কৰিলে, তাৰ দাম দিবলৈ গাত লোৱাত মিল হল।

ফ্রাঞ্চিৰ উপকাৰৰ দোআৰাই পাপা ৰজা ১২ এপ্রিলত আপোনাৰ ৰাজ ৰোম নগৰত সোমাল। সেই কালত দৰিদ্র লোকৰ মাজত ৫০,০০০ টকা কপ বিলাই দিলে। কমিয়া পাদুৰি আৰু আন কোনো লোকে তেঁওক অহা দেখি বৰ আনন্দ পাই, কিন্তু প্রজাৰ মাজত কেতবিলাকে ভাল নে পাই। তাতে আৰু দ্রোহ পাতিব বুলি ভই কৰি, পাপা ৰজাই আকও দেস এৰি জাবলৈ আলচ কৰিছে; কিন্তু ফ্রাঞ্চিৰ সেনাপতিএ নিবাৰন কৰে, আৰু তেঁও জেন পলাই নে জাই, এই নিমিত্তে তেঁওৰ ওচৰা ওচৰিকৈ অনেক সেনা ৰখিয়া পাতি থৈছে।

প্রুচিয়া ৰজাক মাৰিবৰ নিমিত্তে কোনো দ্রোহিয়া মানুহে তেঁওৰ ওচৰলৈ আহি আক্রমন কৰি হাতত ঘা মাৰিলে, কিন্তু বধিব নোআৰিলে। এতিয়া ৰজা ক্রমে ভাল হৈছে।

কুবা উপদিপৰ জেনৰল লোপেজ নামে এজন সেনাপতিএ কোনো আমেৰিকাৰ লোকে সৈতে আলচ কৰি, ইস্পানিয়াৰ অধিনৰ পৰা সেই উপদিপ কাঢ়ি লবলৈ আমেৰিকাৰ ৪০০০ মান সেনা গোটাই জাহাজেৰে আনি কুবাৰ কার্দেনা নগৰ পালেগৈ। আমেৰিকা দেসাধিকাৰে সিইঁতক ধৰিবলৈ কেতবিলাক ৰনুআ জাহাজ পঠাইছিল, কিন্তু ধৰিবলৈ নে পালে। আৰু বাত্রা আহিছে, পাচে লোপেজ সেনাপতিএ কার্দেনাত জুধ কৰি হাৰিলত পলাই গুচি গল। ।



জেঙ্গিবাৰ দেঁসৰ বৰ লোকক দোলাত নিয়াৰ নক্‌চা।

Mode of traveling in Zanguebar

## আফ্রিকাৰ পুব ডোখৰ জেঙ্গিবাৰ দেস।

Eastern Countries of Africa.

আফ্রিকাৰ ভিতৰত জি দেস, নগৰ, নদি, পৰ্বত আদি আচে, বিদেসি লোকে প্রায়ে নে জানে। তাৰ মানুহ আবৰ আৰু অসভ্য, আপোনাৰ দেসৰ বিবৰন কৰিবলৈ আখৰ লিখিব পৰ্হিব নে জানে, আৰু ঠাই বৰ জয়াৰ, আলি বাটো নাই, সেই নিমিত্তে জাত্রিকে দেস চাই ফুৰিব নোআৰে।

আফিকাৰ পুব দখিন চুকে সাগৰৰ দাঁতিত জেঙ্গিবাৰ দেস আচে। ৩০০ বচৰতকৈ আগেয়ে পৰ্তুগালৰ সদাগৰ লোকে জাহাজেৰে গৈ তাক পাই বেহা বেপাৰ কৰিলে। সিইঁতৰ প্রধান নগৰ মচাম্বিক, আগৰে বৰ বৰ ঘৰ, গিৰ্জা আৰু কোঁঠে সৈতে সুন্দৰ নগৰ আচিল; এতিয়া ক্রমে সৰু হৈ গল; ১৮০৯ সঁকত তাৰ নিবাসি মানুহ ৩০০০ মাথোন; সিবিলাকৰ মাজৰ আফ্রিকাৰ লোক ১৫০০; আৰবি ৮০০; পৰ্তুগিচ ৫০০। এতিয়া ১০,০০০ দহ হেজাৰ মান নিবাসি আচে বুলি কই। সেই নগৰ এটা সৰু মাজুঁলিত পতা হৈচে; দিপৰ পৰা ২ মাই লৰ আঁতৰ; মাজতে জাহাজ থাকিবলৈ বৰ সুন্দৰ ঘূলি আচে। সাগৰৰ ওচৰত দেস চাপৰ, মাটি সাৰুআ, কিন্তু মানুহ বেগতে নৰিয়া পৰে। হাতি আদি কৰি বনৰিয়া জন্তু ভালেমান আচে; ৰাতি সস্যৰ মাজত ফুৰি ভাঙ্গি নষ্ট কৰাৰ কাৰনে তাক নিবাৰন কৰিবলৈ মানুহে খেতিৰ চাৰিও ফালে জুই ধৰি ৰাখে। সেই দেসত সৰহকৈ সোন উত্‌পন হই; নদিএ পৰ্বতৰ পৰা তাক অনাত বালিত পোআ জাই। সিইঁতৰ প্রায়ে বেহা বেপাৰ কৰা বস্তু সোন আৰু হাতি দাঁত।

মিলিন্দা নামে এখন প্রধান নগৰ মচাম্বিকৰ উত্তৰ ফালে আচে; তাতে অনেক মচলমানৰ মচিদ আৰু পৰ্তুগিচৰ গিৰ্জা আচে; দেখিবলৈ সুন্দৰ নগৰ। তাত অনেক মুদৈ থাকে; সোন, তাম, লো, আৰু মৌসিটা জাহাজৰ লোকলৈ বেচে। প্রথমতে পৰ্তুগিচ লোকে তাক দখল কৰিলে; কিন্তু ১৬৯৮ সঁকত আৰব লোকে সিইঁতে সৈতে জুধ কৰি জিকি অধিকাৰ হল।

মচাম্বিকৰ দখিন ফালে চফালা নগৰ আচে। বিস্তৰ সোন উত্‌পন হোআ ওফিৰ নামে জি নগৰৰ কথা সাস্ত্রে কৈচে, সেই নগৰেই চফালা বুলি পণ্ডিতে জানে।

সাগৰৰ পৰা ১৩।১৪ দিনৰ বাট গলে, হিমালয়ৰ নিচিনা হিমে সৈতে ঢকা অতি ডাঙ্গৰ বগা পৰ্বত দেখা জাই; কিন্তু কিমান দিঘল, কোন দিসলৈ জাই, তাৰ আগ গুৰি

নো পোআত জোখ লব নোআৰে ; তথাপি এতিয়া একন চাহাবে কিলিমাঞ্জারো নামে টিঙ্গ এটা জুখি ১৩,৫০০ হাত ওখ হোআ পালে ।

সেই জেঙ্গিবৰিয়া লোক কাফিৰৰ নিচিনা অতি কলা, কিন্তু চুলি সেইমান আঁকোৰা বেঁকোৰা ন হই । সিবিলাকৰ অনেক জাত আৰু ভাসা আচে ; একুৰি মান বেলেগ ভাসা আচে । ধৰম হলে প্ৰায়ে দেওপূজক ; সাগৰৰ দাঁতিত মচলমান ধৰম বিয়াপক হৈচে ।

ওপৰৰ নকচাত জেঙ্গিবৰিয়া বৰ লোকক চাৰি জনৰ দোআৰাই দোলাত নিয়া দস্তুৰ দেখা জাই । তাৰ সি ফালে চত্ৰ ধৰা একনক দুটা মানুহে বৈ গৈচে । দুবৈত এটা পৰ্বতৰ টিঙ্গ ওলাইচে । নকচাৰ বাঁও ফালে তৰোআল ধৰা দুজন মানুহ ইফাললৈ আহিচে ।

## কলিকতা নগৰৰ পিয়ল ।

of Calcutta.

এই বচৰত কলিকতা নগৰত থকা মানুহৰ পিয়ল কৰিচে । তাৰ সংখ্যা এই ।

| | |
|---|---|
| ইউৰপৰ লোক | ৬,২৩৩ |
| ইউৰেচিয়ন | ৪,৬১৫ |
| আৰ্মেনি লোক | ৮৯২ |
| খেহ লোক | ৮৪৭ |
| আচিয়াৰ আন দেসি | ১৫,৩৪২ |
| হিন্দু লোক | ২,৭৪,৩৩৫ |
| মচলমান লোক | ১,১০,৯১৮ |
| মুঠে | ৪,১৩,১৮২ |

সিবিলাকৰ মাজত মতা ২,৫৩,২৯৯ ; মাইকি ১,৫৯,৮৮৩ । কলিকতাৰ দাঁতিত থকা লোক সকল এই পিয়লৰ ভিতৰত লিখা নাই । সেইবিলাকৰো লেখা হলে মুঠে ৫,০০,০০০ মান হলহেঁতেন । ১৮৩৭ সঁকত জি পিয়ল কৰিলে, তাৰ দৰে কলিকতাৰ ২,২৯,৭১৪ মানুহ মাথোন পালে

## ম্ৰিত্যু হোআ পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰন ।

Obituary Notice of the Rev. C. Barker.

আমাৰ প্ৰভু য়িচু খ্ৰিষ্টৰ সেৱক চাইৰচ বাৰ্কৰ পাদুৰি চাহাব এই অচম দেসত দহ বচৰ মান খ্ৰিষ্টিয়ান মিস্যনেৰি আচিল । ১৮৩৯ সঁকত আপোনাৰ জনম ভূমি আমেৰিকা দেস, আৰু মাক বাপেক, মিতিৰ কুটুম, বংস পৰিয়াল সকলোকে এৰি, প্ৰভু য়িচুৰ সুভ বাত্ৰা কিৰ্তন কৰিবলৈ জাহাজত উঠি পাৰ হৈ আহিল । ইয়াৰ আগেয়েও দুই তিনি জন মিস্যনেৰি পাদুৰি চাহাব আহিচিল : সিবিলাকৰ লিখা পত্ৰৰ দোআৰাই এই অচম দেসৰ মানুহ কেনে দেওপূজক আৰু মন এস্কাৰনই হৈচিল ; সিবিলাকে জি ৰূপে আপোনাৰ হাতে সজা মাটিৰ বা সি-



হিন্দু দেৱতা বিষ্ণুৰ মুৰ্তি ।
Image of Vishnu.

লৰ, বা কাঠ, তাম, পিতলৰ মুৰ্তি কৰি, হাত ভৰি, নাক, কান, মুখ দি, সেই মুৰ্তিৰ আগত বলি, বিধান, নৈবেদ্য, আৰু অনেক ফুল দি আঁঠু পাৰি ইৰৰ বুলি সেৱা কৰি, তাকে ধৰম বুলি জানে ; আৰু জগতৰ ইৰৰ জি

জনে সাগৰ, পৃথিৱি, মানুহ, আকাস মণ্ডল, চন্দ্ৰ সুৰ্জ সুজিলে, তেঁও মানুহক নিস্তাৰ কৰিবৰ নিমিত্তে অনুগ্ৰহৰ কাৰনে আপোনাৰ প্ৰিয় পুত্ৰ য়িচু খ্ৰিষ্টক পাপ গুচুআ প্ৰাচিত কৰিবলৈ জগতলৈ পঁাচিলে, এই কথা নে জানি পৱিত্ৰানৰ পথ নে পাই জি মতে নিৰুপাই হৈ থাকে; এই সকলো কথা পাদুৰি বাৰ্কৰ চাহাবে আপোনাৰ দেসত সুনি, এই ঠাইত ধৰমৰ কথা কিৰ্ত্তন কৰিবলৈ আহিবৰ মন উচাহি হল। আৰু প্ৰভুএ জি আগ্যা দিছে, বোলে, তোমোলাকে গোটেই থল পৃথিৱিলৈ গৈ, সকলো প্ৰানিৰ আগত সুভ বাত্ৰা কিৰ্ত্তন কৰা, তাতে জি কোনোএ বিস্বাস কৰি বুৰ দিওআ হই, সি পৱিত্ৰান পাব; কিন্তু জি কোনোএ বিস্বাস ন কৰে, তাৰ দণ্ড হব; এই কথা সুঁৱৰি প্ৰভুলৈ তেঁওৰ অতি প্ৰেম লাগি, সেই আগ্যা পালন কৰিবলৈ জিয়াই থাকোঁ মানে স্বৰুপ ধৰম আৰু ইস্বৰৰ সুভ বাত্ৰা দেও পুজকবিলাকৰ মাজত কিৰ্ত্তন কৰি থাকিম, এই কথা মনত নিচয়ে ঠাৱৰ কৰিলে। পাচে তেঁও আহিবৰ সময়ত মাক আৰু বাপেক, ভাই ভনি, মিতিৰ কুটুম সকলোএ আপোনাৰ লৰা মহা সাগৰ পাৰ হৈ বহু দুৰ দেসলৈ জাই, আৰু দেখিবলৈ নে পাম বুলি, আটাইবিলাকে চকুৰ পানি উলিয়াই ৰবকৈ কান্দিবলৈ ধৰিলে। কিন্তু ক্ৰন্দন বা মিনতিএ তেঁওক নিবাৰন কৰিব নোআৰিলে; তেঁওৰ প্ৰিয়বিলাকে এই ৰুপে সোক কৰিলেও প্ৰভুৰ মাত আওকনিয়া কৰিব নোআৰি, তিৰোতাই সৈতে বষ্টন নগৰৰ বলো নামে এখান জাহাজত উঠিলহি। বৰ সাগৰত আহোঁতে বাৰে বাৰে ধুমুঁহা বতাহ বৰখুনত বেলিও নে দেখে, আৰু মাটিকো দেখিবলৈ নে পাই, এই দৰে চাৰি মাহৰ মুৰত ইস্বৰে নিৰ্বিঘিনি ৰুপে কলিকতা পোআলে। তাতে ১৫ দিন মান থাকি নাও বিচাৰি পাই ব্ৰহ্মপুত্ৰ নদিত তিনি মাহ উজাই আহি, অচম দেসৰ জইপুৰ জিলাত থকা মিস্যনেৰি চাহাবৰ লগ পালেহি।

তাতে সিবিলাকৰ লগত এবচৰ মান থাকি অচম ভাসা সিকিলে, পাচে সিৱসাগৰ জিলাত থাকিবলৈ উঠি আহিল। তাতে বঙ্গলা এটা সাজি লৰাবিলাকক ইস্কুলত চপাই, জি ৰুপ চাপা থানাৰ কিতাপ ইয়াত কোনেও সিকা নাই, এনে কিতাপ পৰ্হাই সুনাই সিকালে। সিৱসাগৰত এবচৰতকৈ অধিক আছিল; পাচে জইপুৰত থকা দুজন মিস্যনেৰি চাহাব আহিলত তেঁও ১৮৪২ সকত গুআহাটিত থাকিবলৈ থানান্তৰ হৈ গল; তাতে লৰা তিৰোতাই সৈতে ৭ বচৰ মান থাকিল। তেতিয়া চাহাব আৰু মেম চাহাব দুয়ো গুআহাটিত আৰু চাৰিও ফালে ইস্কুল পাতি লৰা চোআলি আদি আৰু অনেক মানুহবিলাকক সাস্ত্ৰৰ কিতাপ আৰু প্ৰভু য়িচু খ্ৰিষ্ট ত্ৰানকৰ্ত্তাৰ কথা সিকাইচিল; আৰু চাহাবে গাঁৱে গাঁৱে গৈ, জি লোকে সুনে, তাৰ আগতো সুভ বাত্ৰা কিৰ্ত্তন কৰেগৈ। আৰু কেতবিলাক মানুহৰ মন পালটাই য়িচু খ্ৰিষ্টৰ তেজৰ প্ৰাচিত্তত বিস্বাস কৰি অনেক সাখিৰ আগত চাহাবৰ হাতে বুৰ পালে। এই ৰুপে চাহাবৰ কাৰ্বাৰতে তাত এটা সৰু মণ্ডলি থাপন কৰা হল; জেতিয়া তেঁও গুআহাটি এৰি আমেৰিকালৈ জাই, তেতিয়া সেই মণ্ডলিৰ ভিতৰত ২২ জন মান সিস্য হৈছিল। ই. হ. ব.

পাচৰ অৰুনোদইত এই কথাৰ সেস লিখা জাব।

*(To be continued.)*



গুপুত ঠাইত প্ৰাৰ্থনা কৰাৰ নকচা।

## পুৰনি অসম বুৰঞ্জি।

Ancient Asamese History.—No. 1.

আমি এতিয়া আহোমৰ অতি পুৰনি বুৰঞ্জি এটা পাই, এই মাহৰ অৰুনোদইত লিখিবলৈ ধৰিচোঁ। তাত জি কথা পাইচোঁ, সকলো স্বৰূপ হোআ ন হই, তথাপি জেনে পাইচোঁ, সেই দৰেই লিখোঁ; পঢ়োআ সকলে জি স্বৰূপ, জি অস্বৰূপ, তাকে আপোনাৰ মনেৰে বিবেচনা কৰি বুজোক।

বুৰঞ্জিকে আদি কৰি মানুহে জি লিখে, তাৰ মাজে মাজে মিচা উপকথা সোমাইচে; অকল ইস্বৰে লিখাই দিয়া সাস্ত্ৰত ভুল নাই। এনে সাস্ত্ৰ আমি পৰ্হি জানিচোঁ, প্ৰথমতে ইস্বৰে তিৰি পুৰুস এহাল মাথোন স্রুজিলে; প্ৰিথিৱিত থকা ৰজা প্ৰজা সকলো সিবিলাকৰ পৰা সন্ততি হৈচে। কিন্তু প্ৰাই সকলো দেসিবিলাকৰ পুৰনি বুৰঞ্জিত সিবিলাকৰ আপোন আপোন ৰজাক গৌৰও কৰিবৰ নিমিত্তে আগৰ উপকথা ধৰি সেই সেই ৰজাক দেৱতাৰ ঔৰস বুলি লিখে। সেই ৰূপে গ্রিক দেসৰ চিকন্দৰ মহা ৰজাক দেও পিত্রি জুপিতৰৰ পুতেক বুলি মানিলে; ৰোম নগৰৰ প্ৰথম ৰজা ৰমুলচ, তেঁওক মাৰ্চ অৰ্থাত কাৰ্ত্তিকৰ পুতেক বোলে; কামৰূপৰ ৰজা বিস্বসিংহক সিৱৰ পুতেক বুলি জানে। এই ৰূপে আহোমৰ পুৰনি পুথিতো কোনো কোনো উপকথা আচে; কোনো ঠাইত কই, লাউৰ পৰা মানুহ উত্পন হল; আৰু সিবিলাকৰ প্ৰথম ৰজা খুনলুঙ্গ খুন্লাই ইন্দ্ৰ বংসি হই। কোনো পুথিত লিখে, ইন্দ্ৰ আৰু সচি সদিয়াৰ পুব ফালে বসিষ্ঠ মুনিৰ ফুলনি বাৰিলৈ আহি তাতে ফুৰি থকাত মুনিএ দেখি ইন্দ্ৰক সাও দিলে। পাচে ইন্দ্ৰ দৈত্যাকাৰ হৈ অন্ত্যজৰ এক সুন্দৰি তিৰোতা দেখি কামাগ্নি হৈ সংগত হলত তাই গৰ্ভৱতি হৈ থেন্কাম নামে এজন পুত্ৰক ওপজালে: খুনলুঙ্গ খুন্লাই সেই থেন্কামৰ পুতেক। এই সকলো কথা সত্য হব নোআৰে; কিয়নো অচেতন বস্তু জি লাউ, সি ত্রিন লতা হই, মনুস্য জাতৰ পৰা কিমান জাতৰ। এক জাত আন জাতৰ পৰা নোপজে; চৰাই বা চাই ঠেঙ্গিয়াৰ গৰ্ভত মানুহ ন জনমে, ঘোঁৰাৰ পৰা হাত্তি বা গৰু ন হই। সেই ৰূপে দেৱতাৰ ঔৰসে মনুস্য জাতি উত্পন হব নোআৰে; আৰু তাত বাজে নৰে দেৱতে ৰৰগৰ লোকে সংজোগ ন কৰে; সিবিলাকৰ কাম ভাও কেতিয়াও ন হই।

পুৰনি বুৰঞ্জিত লিখে, ইন্দ্ৰৰ সেই দুই নাতিএকে ৯ লাখ আহোম আদি অনেক লোকক লগত লৈ সোনৰ জখলাৰে স্বৰগৰ পৰা নামি আহিল; কিন্তু স্বৰগ আৰু প্ৰিথিৱি অত্যন্ত দুৰ, লাগি নে থাকে। আগৰ কালৰ গিয়ানিবিলাকে স্বৰগ আৰু প্ৰিথিৱি মেৰু পৰ্বতৰ দোআৰাই লগা হোআ জেন ভাবিলে; হিমালয়ৰ উত্তৰ ফালে স্বৰগলৈকে জোআ, এনে ওখ পৰ্বত আচে বুলি কই; কিন্তু এতিয়া ইঙ্গৰাজি আদি অনেক দেসি মানুহে গোটেই খন প্ৰিথিৱি ফুৰি চুখি থকাত সেইমান ওখ পৰ্বত কতো পোআ ন গল।

এনে কথা এই বুৰঞ্জিৰ ওপৰ ভোখৰত মাথোন পাইচোঁ; তলৰ ভোখৰত হলে, প্ৰাই সকলো কথা উত্তম আৰু প্ৰমানিক; তাক ক্রমেৰে মাহে মাহে লিখিম। ▮

---

আগৰ ৰূপত শ্ৰীল সৰ্গদেৱৰ বিৰ্জ নিপাই বংকৰ্ত্তব্যং জুক্তং।

লাকৃনি তাওচিঙ্গা (৬০) সঁকত, ব্ৰহ্মাৰ দৈনিন্দিন প্ৰলই হল। লাকৃনি (১) কামুতে প্ৰিথিৱি পুৰি টান কৰিলে। লাকৃনি (২) কাপ্চানত লাউ হলে; সেই বচৰত লাউ ফুটি মনুস্য সকল জনমিলে। লাকৃনি (৩) ভাপ্ৰাওত মনুস্য স্রুজিলে। পাচে সেই বচৰত ইন্দ্ৰ দেৱতাৰ বৰ পুত্ৰ আইকালনে আহি বিস্তৰ মনুস্য স্রুজিলে। লাকৃনি ৰাইমিত সঁকত স্রিষ্টি কৰি স্বৰ্গলৈ গল। পাচে সেই বচৰতে দেও বাজে থাওলিপ্লিঙ্গ, থাওবাকুচেঙ্গ, এই দুই পণ্ডিতক পঠাই, প্ৰিথিৱিত মনুস্যক সিকাই বুজাই জাব দিলে। লাকৃ-

লি ৰাইমিত (৪), মুংকেও (৫), প্লেকৃত্যোও (৬), এই তিনি ৰচৰত প্ৰিথিবিত ৰজা নাই কিচিলে। পাচে খেনথাম, লেঙ্গজন, খেনৰকৃক্ষা, এই তিনি জনাই আলচ কৰি বুলিলে, বোলে, আমাৰ ৰাজ্যত বিস্তৰ পুত্ৰ নাতি হল, কিন্তু প্ৰিথিবিত ৰাজ্যৰ অধিকাৰি ন হল। পাচে এই কথাতে নিচই কৰি, ইন্দ্ৰ দেৱতাৰ ভাগিনিএকৰ পুতেক খুনলুঙ্গ খুনলাইক লাকৃলি কাচেও (১১) সঁকত ত্যাউলিক ত্যাথাঙ্গ কৰি দুইকো ৰজা পাতি, মুংৰি মুংৰাম পৰ্বততলৈ নমালে; আঠ কুৰি লাখ ৰজাৰ অধিকাৰ কৰি দিলে। আৰু পাসুপত্ৰ ১, ৰৰ ঢাক ১, চোম দেও, চেঙ্গ দেও, এই কেইটি বস্তু দি সিকালে, বোলে, জোঁআই হলে জেমনে সসুৰ, জেঠেৰি, বৈনাই, এই সকল সহিতে সম্বন্ধ কৰিলে, আপোনাৰ ভাৰ্জাও হৰাই, আৰু পখিএ জেনে ৰূপে আপোনাৰ পোআলি পাখিএৰে ঢাকি ৰাত বৃষ্টি দুখৰ পৰা ৰখ্যা কৰি, আহাৰ খুআই ডাঙ্গৰ কৰে, সেই মতে দুয়ো ভায়েৰে প্ৰজাক ৰখ্যা কৰিবি। এই ৰূপে সিকাই বহু বিৰ্ত্তিয়া লগত দি পঠালে। পাচে দুই ভায়েকে সোনৰ জখলাৰে নামি আহি, প্ৰিথিবিৰ ওপৰত অৰন্যত ৰলহি। পাচে সকলো লোকে চৰাৰ ওপৰে পাটি, তাৰ ওপৰে কাপৰ, তাৰ ওপৰত টঙ্গি পিৰা, তাৰ ওপৰত সোনোআলি কাপৰ পাৰি, সাদৰ কৰি ৰজাক বহুআলে; ৰজাৰ ওপৰত সোনোআলি ডণ্ড চত্ৰ তুলি ধৰিলে; পাচে ৰজা সকলে পালি লৈ আব্ৰিত কৰি ৰহিলে, আৰু লগত অহা আহোম ন লাখ। পাচে সমস্তো ৰাজ্যে এঠাই হৈ ৰাজ্যৰ মধ্যত মহা ৰজাৰ থকা ঘৰ হোলোঙ্গ সাজি নগৰ কৰিলে।

পাচে দেৱৰাজৰ পৰা সৰগ দেৱৰ দুই নাতিএকে প্ৰিথিবিলৈ আহিল। মুংৰি মুংৰামত নগৰ কৰি ৰজা হৈ কত দিন আচে। এই জৰ্সল্যাকে সাগৰ পৰ্জন্তে সমস্ত লোকে সুনিলে। পাচে দুই ভায়েকে হাতিত উঠি সকলো ৰাজ্যক চাই ঘুৰি উলটি আহি, মুংৰি মুংৰাম নগৰত ৰলহি। এক দিনা প্ৰতি দুই ভায়েকে আলচ কৰি বুলিলে, বোলে, পাসুপত্ৰ খৰ্গ, ৰৰ ঢাক, এই দুই আহিচে; ইয়াৰ পূজা সেৱা মন্ত্ৰ সিকাই পঠোআত পাহৰিলোঁ; ই কথা ন হলে অনেক ৰজা সকল কি ৰূপে ৰসবৰ্ত্তি কৰিম? এই কথা দুই ভায়েকে আলচি, মন্ত্ৰ সেৱা পূজা সিকি আনিবৰ নিমিত্তে খুনলাঙ্গক স্বৰগলৈ পঠাই দিলে। পাচে সৰগ দেৱে খৰ্গৰো ঢাকৰো ধাৰন পূৰ্বকে সেৱা পূজা মন্ত্ৰ খুনলাঙ্গৰ আগত কৈ পঠালে। আৰু চেঙ্গ কুকুৰা এজুৰি দিয়াত আহিল; পাচে ধাৰন পূৰ্বকে খুনলাঙ্গে কলেহি। পাচে দেস দেসান্তৰৰ ৰজা সকলো আহি ৰৰিলহি। লগত অহা আঠ কুৰি লাখ ৰাজ্যকো অধিন কৰি, খুনলুঙ্গ খুনলায়ে ৰাজ ভোগ কৰিলে। খাটনিয়াৰ ৰজা সকলৰ লেখা; খুংতাই ১, খুনলাইতিঙ্গ ১, নৰাত ১, কুনলাত্যাও ১, মৰিন ১, খুনচুঙ্গ ১, খুনত্যিত্যিঙ্গ ১, ৰাংমুংখুনফা ১, আওলংডিন ১, বুৰাগো ১, খুনকেহৰঙ্গ ১, চিৰিঙ্গ ১, খুনফ্ৰাম নাই অহা; খুনখেন ১, খেনচঙ্গ ১, খুনত ১, ৰৰৰ্ত্তাউফেৰান ১, লানমুঙ্গ ১, আৰু বুলিয়া মৰিয়াৰে ৰজা এটাকো পঠালে; এই সকলেও জোগান ধৰিলে। খুনলুঙ্গ খুনলাইক আনো ৰাজ জোগ্য অলঙ্কাৰ বস্তু অলথ্য দি পঠালে। আৰু পানি ।গিনি বুলি লাঙ্গি, লেচাম বুলি ভালুক, লেচাই বুলি বাঘ, লাঙ্গু বুলি সাপ, লাচিত বুলি উদ, লাপেত বুলি মেকুৰি, লাও বুলি বান্দৰ, ইন্দ্ৰ দেৱে এই সকলক খুনলুঙ্গ খুনলাইৰ লগত প্ৰিথিবিলৈ পঠালে। আৰু পূৰ্বে এই ঠাইত সৰগ দেৱৰ ৰৰ পুত্ৰ আইকালন ৰজা আচিলে; এঁৱেই স্বৰগলৈ উঠি গল।

---

THE ORUNODOI,

A MONTHLY PAPER, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

## তিনটা লৰাৰ বিবৰন, দুতিয় ভাগ ।

Good Boys : or Examine yourselves. Concluded.

পাচৰ ৰবি বাৰে আঠ বজা মানত চাহাবক দেখিবলৈ তেঁওৰ বঙ্গলালৈ লৰাইত আহিল ।

পাং । মোৰ প্ৰিয় লৰাটিইত, তোমোলাক ভালে আচা নে? তেতিয়া লৰাইতে চাহাবক চেলাম দি কলে, হয় আতা, আমি কুসলে আচো ।

পাং । ফ্ৰেঙ্কিচ, মই তোমাক জি সৰু কিতাপ দিলো, তাক পৰ্হিলা নে?

ফ্ৰেং । ন হয়, আতা, মোৰ লগৰিয়াবিলাকৰ লগত ফুৰি খেলা কৰি সুখ ভোগ কৰোঁতেই কাল নিয়াই সেই কিতাপ পৰ্হিবলৈ পাহৰিলো ।

পাং । জেমচ, তুমি আপুনি পোআ কিতাপ পৰ্হিলা নে?

জেং । অহ! আতা, সেই কিতাপ পৰ্হিবলৈ মোৰ বৰ ইচা হলেও তথাপি মই পৰ্হিব নোআৰিলোঁ, কিয়নো মই এপাত মান পৰ্হোতেই মোৰ পিত্ৰিএ দেখা পাই বৰ খঙ্গ কৰি কলে, বোলে, তই জদি সেই কিতাপ আকও পৰ্হিবি, তেন্তে মই তোক ঘৰৰ পৰা খেদাই দিম । সেইবোৰ খ্ৰিষ্টিয়ান কিতাপ বুলি নে জান নে? তাক পৰ্হি তই খ্ৰিষ্টিয়ান হৈ পৰিয়ালৰ ওপৰত নিন্দা বিটন্দা আনিব খুজিচ নে? সেই কিতাপ পেলাই দে, নাইবা ফালি পেলা, জদি মই আকও তোৰ হাতত সেই কিতাপ দেখিম, তেন্তে মই তোক বৰকৈ সাস্তি কৰিম, আৰু কিতাপো পুৰিম । এনে সকত আগ্যা পিত্ৰিৰ মুখৰ পৰা সুনি ভই পাই সেই কিতাপ মই থৈ দিলোঁ ।

পাং । তোমোলাকে লৰেঞ্চক দেখিলা নে?

ফ্ৰেং । হয় আতা, সি আগতকৈ এতিয়া বৰ বেলেগ, চুৰ ন কৰে, মিচা কথা ন কই, সদাই ইস্কুললৈ জাই । আৰু বেয়া লগৰিয়াবিলাকৰ লগত ফুৰোক চাৰি বাৰিৰ মাজত আৰু হাবিত তাৰ প্ৰাৰ্থনাৰহে মাত সুনোঁইক; এই ৰুপে সি আগৰ সকলো বেয়া আচৰন এৰি এতিয়া বৰ ভাল লৰা হৈ গৈচে ।

পাং । বাৰু জেমচ, তুমি গৈ লৰেঞ্চক কবা, জেনে পাদুৰি চাহাবে তোমাক দেখিব খোজে । তেতিয়া জেমচ লৰেঞ্চক মাতিবলৈ গল, আৰু পাদুৰি চাহাবে ফ্ৰেঙ্কিচৰ লগত এই মতে কথা বাৰ্ত্তা কৰিবলে ।

পাং । ফ্ৰেঙ্কিচ, লৰেঞ্চ আগতকৈ কিয় উতম লৰা হবলৈ ধৰিচে, তুমি কব পাৰা নে? আৰু কিহে তাক এনে উতম লৰা হবলৈ সিকাইচে?

ফ্ৰেঙ্কিচে মুৰ তল কৰি অলপ বেলি মনে মনে থাকি কলে, হয় আতা মই ভাবিচো, সি জি কিতাপ আপোনাৰ পৰা খুজি নিলে, তাকে পৰ্হি কিবা উতম গিয়ান পালে, আৰু সেই ৰুপে কৰিবলৈ মন থিৰ কৰি অন্য সকলো বেয়া কৰম এৰাতে এনে ভাল হৈচে, আৰু তাতোকৈ সি জেনেকৈ সদাই প্ৰাৰ্থনা কৰা আমি সুনিচোঁ, তাৰে পৰা মই অনুমান কৰিচো, পৰম ইস্বৰে জেন তাৰ সকলো পাপ খেমা কৰি নতুন মন দিব, ইয়াকে সি দ্ৰিঢ মনেৰে খোজাতে সি পাইচে, আৰু পৰম ইস্বৰে তাক সক্তিও দিচে, তাতেহে সি এনে উতম লৰা হবলৈ ধৰিচে ।

পাং । বাৰু ফ্ৰেঙ্কিচ, তুমি মোৰ পৰা কিতাপ খুজি নিয়াতে কি লাভ, মই সুদাতে দিলোঁ, আৰু সেই কিতাপ চাপা কৰা খৰচো অনৰ্থক, কিন্তু জি কিতাপ মই লৰেঞ্চক দিলোঁ, তাত হলে সাৰ্থক আচে, আৰু মই তোমাক জি জি কথা বুজালোঁ, সিও অনৰ্থক । সাস্ত্ৰত জি বিকল ডিমৰু গচৰ দ্ৰিষ্টান্ত আচে, তাক তুমি সুঁঅৰিবা । লুক ১৩: ৬—৯ । জদি তুমিও ধৰম উপদেস নু সুনা, কিতাপো ন পৰ্হা, আৰু পৰম ইস্বৰ নো কোন, তাকো বিবেচনা ন কৰাকৈ এনেই কাল নিয়াই থাকা, তেন্তে জেনেকৈ ডিমৰু গচ কাটি পেলোআ গল, সেই দৰে তোমাকো কটা জাব । পাচে ইয়াতে লৰেঞ্চ আৰু জেমচ আহি পালেহি ।

পাং । লৰেঞ্চ, তুমি কেনে আচা? আৰু তোমাৰ মনৰ কথা কেনে তাক মই সুনিবলৈ ইচা কৰোঁ ।

লং । আতা, মই বৰ পাপি নৰকৰ ভাগি,

কিয়নো মই মাত্রিৰ গৰ্ভত থকাৰে পৰা পৰম ইশ্বৰৰ অহিতে পাপ কৰম কৰিলোঁ, আৰু এতিয়া মই নিচয়ে নৰকৰ মুখত ভৰি দি আচোঁ বুলি ভাবিচোঁ, মোৰ পিঠিত বৰ গধুৰ ভাৰ আচে বুলি মই জানোঁ, জদি পৰম ইশ্বৰে এই সময়ত মোক মাৰি নিএ, তেন্তে অৱস্যে মই নৰকত পৰিম। তথাপি আতা, মই সাস্ত্ৰৰ এটা কথা সুঁঅৰিচোঁ, সাস্ত্ৰে লিখে, "ইশ্বৰে জগতলৈ এনে দায়া কৰিলে, আপোনাৰ পুত্ৰত জি কোনোএ বিশ্বাস কৰে, সি নষ্ট ন হৈ অনন্ত পৰম আয়ুস পাবৰ নিমিত্তে তেঁওৰ সেই একে জনা পুত্ৰকেই দান কৰিলে।" য়ো ৩: ১৬। আৰু লিখা আচে, "জি হেৰোআ হৈ-চিল, তাক ৰখ্যা কৰিবলৈ মানুহৰ পুত্ৰ আ-হিল।" মা ১৮: ১১। এই সকলো কথা সাস্ত্ৰত পঢ়ি প্ৰভু য়িচু ত্ৰান কৰ্ত্তাৰ নামেৰে ইশ্বৰৰ আগলৈ গৈ মোৰ সকলো পাপ সৈ কাঢ়ি মনত তাৰ কাৰনে খেদ পাই প্ৰভুৰ দুখলৈ চাই ইশ্বৰে জেন খেমা কৰিব, ইয়াকে দিনে ৰাতিএ ইচা কৰি চকুৰ লোএৰে তিন দিনলৈকে খুজি খুজি থাকি, পাচে ত্ৰিতিয় দিনৰ মুৰত মোৰ মনত সান্তনা পালোঁ, আৰু ইশ্বৰে প্ৰভুৰ দুখলৈ চাই মোৰ সকলো পাপ মোচন কৰি-লে বুলি আসা হল। আৰু জদি মই মৰোঁ, তেন্তে পৰম ইশ্বৰে মোৰ সকলো পাপ গুচাই তেঁওৰ সুখৰ থানলৈ নিব বুলি, এনে দ্রিঢ় ভাৰসাও পালোঁ। আৰু এতিয়া মই সদাই ভাল কৰম কৰিবলৈহে মন জাই; আগৰ দৰে বেয়া লগৰিয়াবিলাকৰ লগত জাবৰ মন নাই, আৰু চুৰ কৰিবলৈ নাইবা মিচা কবলৈ বা এলেহুআ হৈ থাকি কাল নিয়াবলৈ মন একেবিও নাই, কিন্তু সদাই ইশ্বৰৰ ধৰম সাস্ত্ৰ পঢ়ি আৰু তেঁওলৈ প্ৰাৰ্থনা কৰিহে কাল নিয়াবৰ মন জাই। আৰু ইশ্বৰৰ লোকবিলাকৰ লগত গোট খাই তেঁওলৈ গাত্ৰ গাই প্ৰাৰ্থনা স্তুতি কৰিব-লৈ মন জাই; আৰু আগেয়ে জি জি সকলো মই ভাল পাইচিলোঁ, সেইবিলাক এতিয়া মই নিচইকৈ বেয়া পাঁও। এনে সকলো কথা সুনি পাদুৰি চাহাবে লৰেকক আৰু এটা ধৰম কি-তাপ দিলে, তাকে সি আনন্দ মনেৰে লৈ ঘৰলৈ গুচি গল।

অলপ বচৰৰ পাচে লৰেক্ব বৰ নৰিয়া হৈ মৰিব লগা হোআ বাত্ৰা সুনি পাদুৰি চাহাবে তাক দেখিবৰ নিমিত্তে ঘৰলৈ গল।

পাং। অস, লৰেক্ব, তুমি এতিয়া বৰ নৰি-য়া হৈ মৰনৰ অস্যাত পৰি আচা হই, ইয়া-কে দেখি মই অসন্তোস পাইচোঁ, কিন্তু তো-মাৰ মন কেনে আচে?

লং। অহ! আতা, মোৰ সৰিলত হলে বৰ দুখ জাতনা আচে। সহিবলৈ বৰ টান পাইচোঁ; তথাপি মোৰ মনত হলে বৰ সান্ত-না আচে, আৰু মই জানিচোঁ, অলপৰ পাচে মই প্ৰভু য়িচু খ্ৰিষ্টৰ ওচৰ পামগৈ।

পাং। তোমাৰ মৰিবলৈ ভই নাই নে?

লং। আতা, একেবিও সংসই নাই, মৰন মোলৈ দুখ হওক চাৰি অতিসই সুখহে হব বুলি মই ভাবিচোঁ। কিয়নো ম্রিত্যুৰ হুল পাপ, আৰু পাপৰ ফল মৰন, কিন্তু আমাৰ প্ৰভু য়িচু খ্ৰিষ্টৰ দোআৰাই ইশ্বৰে আমাক জই কৰাই।

পাং। তুমি য়িচু খ্ৰিষ্টক প্ৰিয় হেন মা-না নে?

লং। হই, আতা, তেঁও মোৰ আত্মালৈ অতি প্ৰিয় অতি অমুল্য, আৰু মোৰ মনত জিমান প্ৰিয় হেন দেখোঁ, তাক মই মুখেৰে কবও নোআৰোঁ, আৰু তেঁওত মোৰ সক-লো ভাৰসা ৰাখিচোঁ। এই ৰুপে কথা বাত্ৰা কৰি থাকোঁতে লৰেক্বৰ ৰোগ ইমান সিঘ্রে বাঢ়ি বাঢ়ি আহিল দেখি সি কথা বাত্ৰা কৰ নোঅৰা হল, আৰু পাদুৰি চাহাবে তাক জি সুধিলে তাক কবলৈ সক্তি নো হোআত সে-হাই সেহাই মাখোন কলে, কিন্তু সি কি কলে তাক কোনেও উমান ধৰিব নোআৰিলে, আৰু সি ওপৰলৈ চাই হাত কৰজোৰ কৰি প্ৰাৰ্থনা কৰা হেন দেখা গল; তথাপি সি কি প্ৰাৰ্থনা কৰিলে তাকো বুজিব নোআৰিলে, কেৱল এটা দুটা কথা বুজা গল, জেনেকৈ ষ্টিফানে কলে, সেই ৰুপে সিও কলে, বোলে, "হে প্ৰভু য়িচু,

মোৰ জিয়ক গ্ৰহন কৰা ।” এই কথা কৈ প্ৰান এৰি দি পৰলোকে গল । আৰু জেতিয়া তাৰ স মৈদাম দিবলৈ নিচিল, তেতিয়া তাৰ পৰিয়াল সকলোএ এনে গান কৰিচিল ।

ভাই বন্ধু গলে পৰলোক
আমাৰ কিয় কন্দান?
প্ৰভুৰ মাত সুনি সেই লোকৰ
ওপৰে হল গমন ।

কিয় কান্দোঁ পবিত্ৰৰ সও
বৈ জাঁওতে কবৰ থান?
তাত সয়ন থাকি য়িচুৰ দেহ
ঠাই কৰিলে সুস্থান ।

এই ৰূপে দিলে আসিৰ্বাদ
সিন্যৰ মৈদাম সকল,
জি সজ্যাত পৰে ধাৰ্মিক লোক,
তেঁও হবে তাক কোমল ।

মৰনৰ উঠি আমাৰ পথ
তেঁও কৰিলে প্ৰকাস,
আমাৰো সৰিল মহা দিন
উঠিব অবিনাস ।

এই ঘটনাৰ অলপ বচৰৰ পাচে পাদুৰি চাহাবে সুনিলে বোলে, ফ্ৰেঞ্চিচ নৰিয়া পৰিচে; পাচে তাক দেখিবৰ নিমিত্তে পাদুৰি চাহাব তাৰ ঘৰলৈ আহিল, আৰু দেখিলে, তাৰ সোআ সজ্যাৰ চাৰিও ফালে তাৰ পিত্ৰি মাত্ৰি, ওচৰ চুবুৰিয়া, আৰু লগৰিয়াবিলাকে বেৰি ধৰি থাকি তাক সান্তনা কৰিবলৈ নানা ভাৱে সংসাৰৰ সুখ ভোগৰ কথা কৈ আচিল; তথাপি তাক সান্তনা কৰিব নোআৰিলে । তেতিয়া পাদুৰি চাহাব সোমাই গৈ ফ্ৰেঞ্চিচৰ লগত কিচুমান কথা হল ।

পাং । ফ্ৰেঞ্চিচ, তুমি এতিয়া মৰনৰ সজ্যাত আচা, আৰু কি জানি পুনৰাই কেতিয়াও সুস্থ ন হবা, কিন্তু মৰিবলৈ তুমি ভই কৰা নে? আৰু মৰনৰ পাচে তোমাৰ কি গতি হব, তাক কব পাৰা নে?

ফ্ৰেং । হই আতা, মই মৰিবলৈ বৰ ভই কৰোঁ, আৰু মৰনৰ পাচত কি গতি হব, তাকো কব নোআৰোঁ ।

পাং । কিন্তু ফ্ৰেঞ্চিচ, তুমি বৰ মানুহৰ লৰা আচিলা, আৰু জিয়ন কালত বহুত সুখ ভোগ কৰিলা, এই সকলো স্মৰন কৰি মন সান্তনা কৰিব নোআৰা নে? আৰু তোমাৰ ইষ্ট মিত্ৰিৰ ৰূপী লগৰিয়াকে আদি কৰি সকলো তোমাৰ চাৰিও ফালে আচে, এইবিলাকলৈ চাই তোমাৰ মনৰ দুখ পাহৰিব নোআৰা নে?

ফ্ৰেং । অহ! আতা, মোৰ জোআ দিনবিলাকত জি জি সকলো বঙ্গ ধেমালি আৰু সুখ ভোগ কৰিলোঁ, সেই সকলো মনত স্মৰন কৰিলে মোৰ মনত বৰ দুখহে আহে, আৰু মই জানিচোঁ, জদি মই মৰোঁ, তেন্তে ইশ্বৰৰ আগত এই সকলোবে উত্তৰ দিব লাগিব । কিন্তু মই তেঁওৰ আগত থিয় হবলৈ জুগুত ন হলোঁ আৰু জদি মৰন মোৰ পৰা পলাব, তেন্তে মই বৰ ভাল পাম । কিন্তু মৰন পলাওক চাৰি বেগাই থেদি, জেনেকৈ বা মাৰলি বতাহ আহে, সেই ৰূপে আহি তাক অতিলই কষ্ট দুখ জাতনাৰে মাৰি জিব বাহিৰ কৰি পৰলোকলৈ নিলে ।

কিন্তু জেমচ সংসাৰিক সুখৰ তাগি হোআ লগৰিয়াবিলাকৰ লগত ফুৰি থাকি খ্ৰিষ্টিয়ান লোকক নিন্দা কৰি মন্দ হৈ গল । আৰু জেতিয়া ২০ বচৰ মান বয়সিয়া হল, তেতিয়া তাৰ বৰ জৰ হৈ মৰিব লগা হল, তাৰ জিয়ন কালত জি জি কৰ্ম কৰিলে, তেতিয়া সি মনত স্মৰন কৰিলে, আৰু সেইবিলাকৰ নিমিত্তে পৰম ইশ্বৰৰ আগত উত্তৰ দিব লাগিব, ইয়াকে জানি বৰ ভই পালে, আৰু পৰকালত তাৰ কি গতি হব, হাই হাই, তাৰ পৰিত্ৰান নাই । আৰু লৰেকৰ বিষয়েও ভাবিলে, সি কেনে লৰা আচিল, কিন্তু জি কিতাপ পাদুৰি চাহাবে দিলে তাকে পঢ়ি সি কেনে উত্তম লৰা হল, আৰু কেনে উত্তম মৰনেৰে মৰিল! তেতিয়া সি পিত্ৰি, মাত্ৰিক মাত দি কলে, তোমাৰ পৰা মই নষ্ট হলোঁ, জি কিতাপ মোক পাদুৰি চাহাবে দিচিল, তাক তুমি পঢ়িবলৈ নি দিলা, আৰু জি ৰূপে আচৰন কৰিবলৈ ধৰম সিক্ষা দিলে, সেই ৰূপে চলা হলে, মোৰ এনে অৱস্থা

ন হলহেঁতেন, এতিয়া মোক পৰিত্ৰান দিয়া, মোক পৰিত্ৰান কৰা, এই দৰে বৰ জাতনা পাই কলে।

পৰি। স্তাৰ পিত্ৰি মাত্ৰি সকলোএ কলে, আমি কেনেকৈ পৰিত্ৰান দিম, আমি ইশ্বৰ ন হঁও, আমি পৰিত্ৰান দিও ঁৰি প্ৰানকো ৰাখিবলৈ একেৰিও সক্তি নাই, কেনেকৈ আমাত পৰিত্ৰান খুজিচা?

জেং। তেন্তে কিয় মোক পৰিত্ৰান বিচাৰিবলৈ বাধা কৰিলা?

সিইঁতে বুলিলে, জদি তুমি এনে কৰিলাহেঁতেন, তেন্তে আমাৰ নামত অপবাদ হৈ লাজ পালোঁহঁকহেঁতেন, আৰু ধন জসম্যা ৰাখিব নোআৰিলোঁহেঁতেন।

জেং। হাই! তোমোলাকে কেৱল আপোনাৰ ইহকালৰ হিত মাথোন চিন্তিলা, কিন্তু পৰকালত জি গতি হব, তালৈ একেৰিও মন নাই, তথাপি "মানুহে গোটেই খন জগত পায়ো জদি আপোনাৰ প্ৰান হেৰুআই, সেই মানুহৰ কি লাভ? আৰু মানুহে আপোনাৰ প্ৰান ৰাখিবৰ নিমিত্তে কি সলনি দিব পাৰে!" মা ১৬:২৬। ইয়াকে তোমোলাকে সুঁঅৰিবৰ উচিত, কিন্তু এতিয়া তোমোলাকে জদি মোক উপকাৰ কৰিব নোআৰা, তেন্তে পাদুৰি চাহাবকে মাতিবা।

পাচে সিইঁতে পাদুৰি চাহাবক মাতি আনিলে, তাতে চাহাব আহি অনেক কথা বুজালে, প্ৰাৰ্থনা কৰিবলৈ সিকালে, কিন্তু এতিয়া আৰু কাল নাই, সময় গল, তাৰ জিৱনৰ কালত ইশ্বৰৰ বিসয়ে একো চিন্তা ন কৰি এলাহতে কাল নিয়ালে, এই নিমিত্তে প্ৰাৰ্থনা সুনা নে জাই। এই ৰূপে পাদুৰি চাহাবে অলপ মান কাল সিবিলাকক ধৰম উপদেস দি দি থাকি পাচত আপোনাৰ ঘৰলৈ গল, আৰু তেঁও জাৱৰ অলপৰ পাচত সুনিলে, বোলে, জেমচ বৰ দুখ কষ্ট পাই নিৰ্ভাৰসা ৰূপে মৰিল।

জি তিনটা লঁৰাৰ বিবৰন অলপ মান লিখা হল, তাকে বিবেচনা কৰি জানিব পাৰিবা। লৰেঞ্চ বেয়া লৰা হলেও ধৰমে কেনে ভাল কৰিব পাৰে, আৰু প্ৰভু য়িচু খ্ৰিষ্টত বিশ্বাস কৰা হলত তাৰ আচৰন কেনে বেলেগ হৈ গল, আৰু ইশ্বৰে তাক কেনে সান্তি ৰূপ মৰন দিলে।

ফ্ৰেঞ্চিচ সংসাৰৰ সুখ ভোগ কৰিবলৈ বৰ্ম খেমালিৰে মন পৰিপুৰ্ন হোআত মহা পৰিত্ৰান হেলা কৰিলে। আৰু জেতিয়া মৰন চাপিলহি, তেতিয়া তাৰ সকলো সান্তুনা গুচি গলত নিৰুপাই হৈ দুখেৰে মৰিল।

জেমচেও পৰম ইশ্বৰতকৈ পিত্ৰি মাত্ৰিক ভই কৰি আপুনি জি উচিত দেখে, তাকে ন কৰি মিত্তিৰ কুটুমক সন্তুষ্ট কৰিবলৈ কাল নিয়ালে, তথাপি মৰনৰ কালত সিবিলাকৰ পৰা একো সুখ বা পৰিত্ৰানৰ উপাই পাব নোআৰি বৰ খেদ কৰি আসা নো হোআকৈ মৰিল। সেইদতে প্ৰিয় পাঠকবিলাক, আপোনাকে পৰিখা কৰাৰ বিসয়ে জি বিবৰন অলপমান লেখা হল, তাকে গমি চাই, তুমি আপোনাকে পৰিমান কৰি চাই, এই তিনটা লৰাৰ পৰা গিয়ান লোআ, ইশ্বৰে দেখাতে তুমি উত্তম হোআ নে? আৰু মৰনলৈ ভই ন কৰা নে? বা মৰনৰ পাচত তোমাৰ কি গতি হব, নাইব। পৰলোকৰ অৰ্থে তোমাৰ ভাৰসা কেনে, এই সকলোকে আদি কৰি বিবেচনা কৰি চোআ। জদিহে তোমাৰ মন অসুচি আৰু ইশ্বৰৰ আগত পাপি হৈচা, তেন্তে তোমাৰ পাপ খেমা কৰিবলৈ আৰু নতুন আচৰন দিবলৈ কেৱল প্ৰভু য়িচু খ্ৰিষ্টৰ সক্তি আচে, এই কাৰনে তেঁওৰ কোসৰলৈ আহি পাপৰ খেমা মাগিবা, কিয়নো আমাৰ সকলোৰে কাল ওচৰ হৈচে, আৰু আমি সোন কালে মৰি জামইঁক; কিন্তু মৰনৰ পাচত কি গতি হব, তাক আমি আগেএ জানিবলৈ উচিত। আৰু আমি সকলো সংসাৰৰ সুখ জদি পাম আমাৰ মৰনৰ সময়ত কি লাভ? আদিতে প্ৰকৃত আস্ৰই ললে দুখ হওক বা সুখ হওক, একো আপদৰ সঙ্কা নাই; আৰু পিত্ৰি, মাত্ৰি, ইষ্ট মিত্তিৰ কুটুমতকৈ প্ৰভু পৰম ইশ্বৰক বৰকৈ প্ৰিতি কৰি মানিব লাগে; কিয়নো কেৱল তেঁৱেহে মৰনৰ দুখত সান্তুনা আৰু পৰিত্ৰানৰ আসা দিব পাৰে। ধ. ন. হ.

*Printed and published, Dec. 1853, by N. Brown, at the Sibsagor Mission Press.*

৺অৰুনোদই সম্বাদ পত্ৰ ।

পঞ্চম চোআ। মোং সিৱসাগৰ, চেপ্তেম্বৰ, ১৮৫০ খ্রিং অং সক। নম্বৰ ৯।

VOL. V. SIBSAGOR, ASAM, SEPTEMBER, 1850. NO. 9.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

এই চেপ্তেম্বৰ মাহত দিহৈ নৈৰ পানি অতি প্ৰবল হৈ আহি ভাঙ্গি, নৰ্কে পথ কৰি অনেক মানুহৰ ঘৰ বুৰালে। থকা ঘৰ ধানৰ ভৰাল ভাঙ্গি নিলে আৰু কাঠৰ বৰ দলঙ্গ ভাঙ্গি নি সৰু চৰাই খাতত মানুহৰ বাৰিত পেলালে, আৰু হাবিৰ অনেক বহুত কাটো থৈচেনি। নৈত মানুহ এটাই গৰু পাৰ কৰোঁতে সিও গৰুৰ নেজত ধৰি পাৰ হওঁতে গৰুবিলাক আৰু মানুহটোও মৰিল। পানিএ বুৰাই থকাত ৪।৫ দিন ঘাঁহ খাবলৈ নে পাই আন গৰুও ভালেমান মৰিল। আৰু ধান গচৰ ওপৰত ঠায়ে ঠায়ে ৪ ৫ পুৰা মাটিত এহাত এমুঠন বালি পেলাই পুতিলে। আৰু তৰা জানৰ দাঁতিত একে ঠাইতে ২০ পুৰা মান মাটিৰ ধান বালিৰে পুতিলে এই পানিতে বজাৰ ঘৰবিলাক বুৰাই পেলালে, আৰু আলিৰ দাঁতিৰ পোহাৰিৰ ঘৰ দুআৰ দোকানিবিলাকৰ গোলা ঘৰ ভাঙ্গি উটাই নি, আৰু লোন আদি অনেক বস্তু নষ্ট কৰাত কোনো ঘৰৰ প্ৰায়ে ২।৩ স কপৰ লোকচান কৰিলে। আলিৰ ওপৰত আগৰ প্ৰাচিন ভাঙ্গৰ গচ তাকো খানি নিলে; এনে প্ৰচণ্ড পানি আৰু তাৰ বেগ বুৰা গোহাঁইৰ দিনৰ পৰা দেখা নাই; এই বাত্ৰা জোৰহাটৰ পৰা আমি সুনিচোঁ।

১৫ জুলাইত আলিপুৰ নগৰত পোহাৰিএ সৈতে কোনোবিলাক চিপাহিএ দন্দ কৰি সিইতক মাৰ কিল কৰিলে। পাচে গাঁৱলিয়াবিলাকে ওলাই চিপাহিৰে কিলা কিলি কৰিলে। এনে সময়ত এক হেৱালদাৰে চাৰি চিপাহিএ সৈতে ধনৰ চন্দুক আনি ওচৰ পানত চিপাহিবোৰে সিবিলাকক মাতি একে লগে গাঁৱলিয়াৰে জুজ কৰিলে। তেতিয়া গাঁৱলিয়াই কপৰ চন্দুক লুট কৰিচে, এই বাত্ৰা কোনোবাই পলটনত কৈ দিলে। তাতে ৫০০ মান চিপাহিএ ধন ৰাখিবৰ নিমিত্তে অধিকাৰৰ হুকুম পাই, গাঁৱলৈ গৈ খঙ্গেৰে আটাই মানুহক কোবাই কিলাই, মতা মাইকি আটাইকে বলত্কাৰ কৰিব ধৰিলে। তিৰোতাবিলাকৰ কাপৰ ফালি চিৰি পেলালে, সিবিলাকৰ নত আদি অলঙ্কাৰ আজুৰি টানি নাক কান চিঙ্গি নিলত আটাইবোৰৰ গা তেজমই হল। সেই কন্দলৰ হাই তিনি ঘৰি মানলৈকে থাকিল, কোনো মানুহ বধ হল, এজনি গৰ্ভাৱতি তিৰোতাকো ছিৰৈৰ চাঙ্গিৰিৰে খুচি মাৰিলে। সেসত এলিয়ট মাজিষ্ট্ৰেট চাহাবে সুনি আহি বৰ স্ৰমেৰে কন্দল ভাঙ্গিলে। পাচে চিপাহিৰ দোষ কৰি কোনোটক ফাটক, কোনোটক জৰিমনা কৰিলে, আৰু ২০ জন মানক কম্পানিৰ কামৰ পৰা গুচাইচে।

৭ আগষ্ট দিনত আৰিয়াদ্নি নামে এখান জাহাজ হুগলি নদিৰ মুখ পাই বালি চটত লাগি ভাগিলত জাহাজৰ ২৭ মানুহে ভুঁৰ বান্ধি সাগৰত দিন চাৰেক ইফাল সিফালকৈ অনা নিয়া হলত সেসত সুন্দৰবনৰ সুকান বালিত পেলোআ হল। তাতে ফুৰি ফুৰি গচৰ পাত গুটি খাই লঘোনত মৰা জেন

হল, আৰু বাঘে খেদাত প্ৰানৰ সঙ্কটত আ-চিল। ক্ৰমে ক্ৰমে এজন দুজনে গাঁও পাই ওলাল, আনবিলাকে নিবাসিৰ সৰু মাৰৃত নগ পাই উঠি বথ্যা পৰিল। সকলবো গা খিনাই অস্থি চৰ্ম্ম আচিল, আৰু হাবিত ফুৰাত বহু ঘা লাগিল। জাহাজ ভগাত এটাৰ হাতত লো এডোখৰ সোমাল, সেই ঘা গে-লি মানুহটো মৰিল; এজন তেকাই লোন পানি খোআত বলিয়া হৈ নৰ মাৰি গৈ হাবি সোমাই, আৰু নে দেখা হল; দুজনে জানত সাঁতৰি পাৰ হওতে ডুবি মৰিল। মুঠে ১২। ১৩ মাখোন জিলে।

বম্বাই নগৰৰ সম্বাদ পত্ৰত লিখিচে, জি অতি গধুৰ বৰ টোপ বিজইপুৰত আচে, তাক ইঙ্গলণ্ড দেসলৈ পঠাবলৈ বম্বাইৰ অধি-কাৰে আলচ কৰিচে। সেই বৰ টোপ ১২০০ মোন ভাৰি পঠাবৰ নিমিত্তে পঞ্চাস হেজাৰ মান ৰুপ খৰচ লাগিব। সেই বৰ টোপ ২৩০ বচৰ পূৰনি হল; তাৰ দিঘ ১৪ ফুট, অৰ্থাত ৯॥ হাত; পখালিৰ জোখ এক মুৰে ৩॥ হাত, সি মুৰে ৩ হাত। তাৰ বিন্ধা বুৰিবলৈ লোহাৰ গুলি ৩৭॥ মোন গধুৰ হব লাগে। সেই নগৰ কোনো সময়ই সত্ৰুএ বেৰি ধৰাত তাক এবেলি মাখোন মাৰিলে; সেই গুলি এতিয়ালৈ-কো উৰি গৈচে বুলি তাত থকা চহৰিয়াই কই।

লাহোৰ ক্ৰনিকল সম্বাদ পত্ৰত লিখিচে, দোস্ত মহমদ খাঁ নামে কাবুলৰ ৰজাই বোখাৰাৰ সে-নাবিলাকে সৈ-তে যুধ কৰি জি-নি, বলখ আৰু

খুনুম, এই দুই ঠাই পুনৰ বাৰ পোআ হল।

প্ৰথম মেই তাৰিখত গবৰ্ন্মেন্তৰ হিলৈৰ খাৰ আদি ৰনৰ সামগ্ৰিৰে ভৰা ৩৫ খন নাও গঙ্গাই উজাই জাঁওতে বানাৰচ নগৰৰ ৰাজ ঘাট পাই, তাতে ৰাতি থাকিবৰ নি-মিত্তে নাও লগালে। সকলো নাৱত ৩০০০ তামৰ পিপা খাৰেৰে ভৰা আচিল, মুঠে ৪০১০ মোন খাৰ। ১১ বজাত তাৰ এখন নাৱত কেনেবাকৈ জুই লাগি, পাচে খাৰত ধৰি গিৰিস কৰি সকলো খাৰৰ পিপা ছুটৰাই ফুটি, ওচৰত থকা মাটি, ঘৰ, আটাইকে ভাঙ্গি উকআই নিলে। স্ৰীজুত পাদুৰি স্মল চা-হাব আপোনাৰ মেমে সৈতে জুই দেখিবলৈ উঠি চাঁওতে খাৰৰ চাটিএ গৈ ঘৰ ভাঙ্গি মেম চাহাবকো মাৰিলে। ৪০,০০০ টকা খৰচ হোআ এক নতুন আলহি ঘৰ নিচই নষ্ট হল; দিলিৰ ৰজাৰ কোঁঅৰ এজনৰ ঘৰ ১৫০ পৰিয়াল চাকৰে সৈতে বিনাস কৰি-লে; ঘাটৰ পৰা ২৫০ টাৰৰ বাটলৈকে সকলো ঘৰৰ আৰ্চি দুআৰ ভাঙ্গি গল। জাঁজ খানি খানি ৫০০ মান মৰা স উলিয়া-লে; আন্দাজে ১০০০ মান মৰিল।

৯ জুলাই তাৰিখত আন এজুম নাও খাৰ



Great Gun at Bijapur.



The late Sir Robert Peel.

লৈ উঠাই জাঁওতে চাপৰা গাঁৰৰ ওচৰ গাই ৰাতি এটা বালিত ৰল। ৰাতি তিনি পৰ মানত পানি সিঁচিবলৈ এটা মানুহ উঠি নাৱত জুই লগা দেখিলে; পাচে জুই বুলি এৰাও কৰাত নাৱৰিয়া আটাইবিলাক ভয়েৰে পলাল। খাৰত জুয়ে নে পাই মানে ৰখিয়া হৈ জোআ চাহাবে ১ খান নাৱৰ লেজু কাটি সোঁতত উটাই দিলে, আন আটাইবোৰ নাও জুয়েৰে খাৰ ফুটি পুৰিলে। তাৰ সৰদ ২৪ মাইলৰ আঁতৰ দিনাজপুৰ নগৰলৈকে সুনা গল। মানুহে সুনি কোআ কুই কৰিচে, সেই নাৱৰ মানুহে কোনোবা সত্রুৰ ভেঁটি খাই আপুনি জুই লগাই দিলে।

আমেৰিকা দেসৰ পৰা কলিকতালৈ প্ৰথমতে জি বৰফ, অৰ্থাত পানি সিল আনিলে, তাক সেৰে ২ অনা ২ অনাকৈ বেচিলে। এতিয়া অনেক জাহাজে বৰফ আনি, তাক সেৰে সেৰে ১ অনা, আৰু কেতিয়াবা ২ পইচালেকে বেচে।

বাৰাকপুৰত ২৬ আগষ্ট তাৰিখে চেৰেকনি বৃষ্টি হোআত দুজন বঙ্গালি লোকে তেতেলি বৰ গচৰ তলত আস্ৰই ললত বৰগ পৰি দুয়ো মৰিল। তাৰে এজনৰ গাত সকলো আপদৰ পৰা ৰাখিবৰ নিমিত্তে ৰখ্যা মন্ত্ৰৰ বিৰি বন্ধা আছিল; গিয়ানি লোকে জানিচে, সেই বিৰিএ জিলিকা দেখি বজ্ৰপাতক আকৰ্সন কৰি আনিলে। বিদুলিএ লো আদি জিলিকা বস্তুলৈ খেদে। সেই দুটা মানুহৰ কাপৰ চিৰাচিৰ হৈ কাটি গল; মানুহৰ বুকৰ চাল কিছু পোৰা জেন দেখি, তাত বাজে আন একো চিন নাই।

২৯ জুন তাৰিখত চেৰ ৰবৰ্ত পিল চাহাবে ঘোঁৰাত উঠি জাঁওতে আপোনাৰ চিনাকি এজনি মেম চাহাবক দেখি চেলাম কৰিলত ঘোঁৰাই উচাৰ খাই জাপ মাৰি চাহাবক পেলালে। তাতে তেঁওৰ মুৰত বৰ দুখ পালে, আৰু বাৰিচনিৰ হমু আৰু দুটামান কামি হাৰো ভাগিল। অতি কষ্ট পাই তক্তৰক হাৰ বিচাৰিবলৈ গা চুব নি দিএ, আৰু মাজে মাজে মন ভ্ৰুম হৈ তিনি দিনৰ মুৰত মৰিল। তেঁওৰ বয়স ৬২ বচৰ। আপোনাৰ দেসৰ লোকে তেঁওক প্ৰজাৰ বৰ উপকাৰি হোআ জানি, তেঁওৰ মৰনত অতি সোক পাই, তেঁওৰ মৰ্জ্জতালৈ অনেক নগৰত সিলৰ খুঁটা সাজি তুলিবলৈ চান্দা কৰিচে। তেঁওৰ দোআৰাই খোআ বস্তুৰ দান কটা বছৰ প্ৰায়ে গুচিল, তাতে কটি আদি সকলো খোআ বস্তু আগতকৈ বৰ সাস্তা হল। তেঁওৰ নক্সা ওপৰে লিখা আছে।

আমেৰিকা দেশাধিকাৰ প্ৰেচিদেন্ত টেইলৰ চাহাব ৭ জুলাই দিনত জহনিএ ধৰি নৰিয়া পৰাত পাচ দিনা ৰাতি ম্রিত্যু হল। ৰাজ্য ভোগ কৰিলে, এবচৰ চাৰি মাহ। বয়স প্ৰায়ে ৬০ বচৰ। পাচ দিনা তেঁওৰ সলনি শ্ৰীযুত মিলৰ্দ ফিল্‌মোৰ চাহাবক অধিকাৰ খুআই প্ৰেচিদেন্তৰ গাদিত বহুআলে।

২৭ জুন তাৰিখত শ্ৰীমতি মহা ৰানি দদায়েকৰ ঘৰৰ পৰা আপোনাৰ পুতেক জিএকে সৈতে আহোঁতে তেঁওক দৰ্শন পাবলৈ অনেক লোক গোট খাই থকাত সিইঁতৰ মাজত ওখ এটা ভাল কাপৰ পিন্ধা মানুহে বাট চাই আচিল; মহা ৰানিএ ওচৰ পালত সি অকস্মিতে আপোনাৰ লাখুটি দাজি মহা ৰানিৰ মুৰত কোৰ মাৰিলে, টুপি ভাগি গৈ কঁপালত কিচু ঘা লাগিল। ওচৰত থকা মানুহৰ খঙ উঠি তাক ধৰি আজুৰি চিঙ্গিৰ খুজিচিল; পাচে পুলিচ আহি মানুহৰ হাতর্ত্তে একআই কইদত থলে। মহা ৰানিএ একো ভই ন কৰাকৈ আপোনাৰ টুপি জাঁওতাই পিন্ধি বাটত গৈ থাকিল। সেই মানুহক বিচাৰ পতিৰ আগলৈ নি দোষ কৰাত কিচু চণ্ড জেন দেখিলে; সেই নিমিত্তে আন দণ্ড ন কৰি সাত বচৰলৈ দেসান্তৰ কৰিবলৈ হুকুম দিলে।

আদল্‌ফচ ফ্ৰেডৰিক নামে ত্ৰিতিয় জৰ্জ মহা ৰজাৰ সপ্তম পুত্ৰ ডিউক অফ কেম্‌ব্ৰিজ ৭৬ বচৰ বয়স হৈ ৮ জুলাই তাৰিখত ম্রিত্যু হল। তেঁওৰ একজন পুতেক, দুই জিএক থাকিল।

ফেবৰুআৰি মাহত বিচুবিয়চ পৰ্ব্বতৰ পৰা জুই, ধুঁআ, আৰু তপত বস্তু ওলাই থকাত এমধা মানুহে চাবৰ নিমিত্তে পৰ্বতলৈ উঠি গল। পাচে ফুৰি জাঁওতে পৰ্বতৰ মাজৰ গুহাৰ পৰা এটা সিল উৰি বেয়াৰ্দ নামে সিবিলাকৰ একজন আমেৰিকানৰ মুৰত পৰি ভাজিলত ২২ ফেবৰুআৰি তাৰিখত মৰিল।

আমেৰিকা দেশৰ পিতচবৰ্গ নগৰত এমধা চোআলিএ হাতত জৰি লৈ জাপ মাৰি, জেয়ে সৰহ বাৰ পাৰ হব পাৰে, সেয়ে জিকিব বুলি কোআত সেই চোআলিবোৰে জাপ মাৰি জৰি পাৰ হৈ থকাত, তাৰে একজনিএ ৩৫০ বাৰ জাপ মাৰি ভুটি নো খোআকৈ জৰি সৰকাইচিল; কিন্তু সেই সুমতে তাই তিনি দিনৰ মুৰত মৰিল।

চুইচ দেসৰ পিয়ল কৰাত মুঠে ২৩,৯৫-২৮৬ মানুহ পালে। ॥

---

## কৌৰ্ত্ত অফ ডিৰেক্তৰ্চ।

**The East India Court of Directors.**

এই হিন্দুস্থান দেস মহা ৰানিএ আপুনি ন চলাই; কিন্তু কম্পানিৰ লোকে জি ২৪ জন বিসয়া পাতে, সিবিলাকৰ দোআৰাই এই দেস চলাই। সেই ২৪ জন কৌৰ্ত্ত অফ ডিৰেক্তৰ্চ বোলে; বচৰে বচৰে ৬ জন সলাই, এই ৰূপে প্ৰতি জন ৪ বচৰহে থাকে। এতিয়া হোআ সেই ২৪ জন ডিৰেক্তৰ অৰ্থাত গৰাকিৰ নাম, আৰু গাই পতি ভোগ কৰিবলৈ কিমান বচৰ থাকে, তাক তলত লিখা আচে।

| | |
|---|---|
| জন মাষ্টৰ্মন, এস্কোআইৰ | ১ |
| ৰচেল এলিচ, এস্কোআইৰ | ১ |
| চেৰ ৰিচাৰ্দ জেঙ্কিঙ্গ | ১ |
| উলিয়ম বটৰৱৰ্থ বেইলি, এস্কোআইৰ | ১ |
| ৰচ ডনেলি মেংগলচ, এস্কোআইৰ | ১ |
| মেজৰ জেই এই মোৰৰ | ১ |
| জন স্যেপৰ্দ, এস্কোআইৰ, চেৰমন | ২ |
| হেনৰি এলেক্‌চান্দৰ, এস্কোআইৰ | ২ |
| ফ্ৰাঞ্চিচ ওআৰেন, এস্কোআইৰ | ২ |
| মেজৰ জেম্‌চ অলিফন্ত | ২ |
| অনৰবল উলিয়ম হেনৰি লেচ্‌লি মেল্‌বিল | ২ |
| জেনৰল জেম্‌চ কল্‌ফিলদ | ২ |
| চেৰ জেম্‌চ উইৰ হগ, ডেপুটি চেৰমন | ৩ |
| চেৰ ৰবৰ্ত্ত কেমেল | ৩ |
| চেৰ হেনৰি উইলক | ৩ |
| কৰ্ণল উলিয়ম হেনৰি চাইক্‌চ | ৩ |
| জন ক্লাৰ্মণ্ড হোআইড্‌মন, এস্কোআইৰ | ৩ |
| উলিয়ম জোচেফ ইষ্টৱিক, এস্কোআইৰ | ৩ |
| উলিয়ম উইগ্ৰাম, এস্কোআইৰ | ৪ |
| জন পেটি মচ্‌প্ৰাত, এস্কোআইৰ | ৪ |
| চেৰ জেম্‌চ ল লসিং‌টন | ৪ |
| জৰ্জ লায়ল, এস্কোআইৰ | ৪ |
| মাৰ্ত্তিন টকৰ স্মিথ, এস্কোআইৰ | ৪ |
| এলিয়ট মেক্‌নাটেন, এস্কোআইৰ | ৪ |

## ধৰমৰ কথা বাত্ৰা।

**Religious Intelligence.**

গত আগষ্ট মাহে শ্ৰীযুত লৰ্ড বিসপ পাদুৰি চাহাবে কলিকতাৰ পৰা দামোদা ভাপ জাহাজত আহি ২০ তাৰিখত গুআহাটি পালেহি। তাতে ৰাজ ধৰমৰ নতুন গিৰ্জা ঘৰ উচৰগ কৰি উজাই আহি দিবুৰুগৰ আৰু সিৱসাগৰ জিলা, তেজপুৰতো ইশ্বৰৰ কথা কিৰ্ত্তন কৰি কৰি গল। সেই লৰ্ড বিসপ চাহাব অতি বুধ লোক, তথাপি কিৰ্ত্তনত সক্তিমন্ত আৰু উচাহি। তেওঁৰ সহাই হোৱা আৰ্চডিকন প্ৰাট নামে আন এজন পাদুৰি চাহাবো ভাৰ্জাই সৈতে লগত আহিচিল।

মান দেসত ৩৭ বচৰ থকা ডক্তৰ জদ্চন পাদুৰি চাহাব অতি নৰিয়া হৈ ৰস্ত হৱৰ আসাবে মৰিচ মাজুলিলৈ এথান ফ্ৰান্সি জাহাজত ৩ এপ্ৰিলত উঠি গল। তেওঁক আল ধৰাৰ কাৰনে আন এজন চাহাব সহাই হৈ লগত গল; পাচে বেদনা টান কৰাত ১২ তাৰিখে সাগৰৰ ওপৰত ম্ৰিত্যু হল। তেওঁৰ বয়স ৬৩ বচৰ হৈচিল। মান দেসলৈ জোৱা মিস্যনেৰি লোকৰ মাজত তেওঁ বুৰা আৰু প্ৰধান; ধৰম পুথি অৰ্থাত নতুন আৰু পুৰনি নিয়ম, তেওঁ সাৰসেসে মান ভাসাৰে অৰ্থ ভাঙ্গি লিখি চাপি দেস থনত বিলাই দিচে। আৰু তেওঁৰ কিৰ্ত্তনৰ দোৱাৰাই অনেক মানুহে বিশ্বাস কৰি খ্ৰিষ্টিয়ান মণ্ডলিত গ্ৰহন কৰা হৈচে। তেওঁ মান লোকৰ আগত কিৰ্ত্তন কৰাৰ নকচা তলত লিখা হৈচে।

দিলি নগৰত থকা পাদুৰি তম্চন চাহাব ২৭ জুন তাৰিখত ম্ৰিত্যু হল। তেওঁ তেকা কালত গৱৰ্নমন্তৰ কাৰ্জত কলিকতাত কাকতি কৰম কৰিচিল। তেতিয়া পাদুৰি ওআৰ্দ নামে শ্ৰীৰামপুৰত থকা এজন মিস্যনেৰিএ তেওঁৰ ভকতিয়া মন দেখি আলচ দিলত তেওঁ সুভ বাত্ৰা কিৰ্ত্তন কৰা কৰম ধৰি মৰনলৈকে ৩৮ বচৰ সেই কৰমত উচাহি হৈ আচিল। হিন্দুস্থানি ভাসাৰে তেওঁ নতুন নিয়ম ভাঙ্গি লিখিলে, তাত বাজে আন আন অনেক কিতাপো লিখিলে। ২০ জুনত জৰে ধৰি তেওঁ ক্ৰমে অসক্তিমন্ত হৈ গল; পাচে ২৩ জুন দেও বাৰত প্ৰভুৰ ভোজ খোৱাৰ সময় নৌ ইওতেই, কি জানি মই আগৰ দেও বাৰলৈকে জিয়াই নে থাকিম, এই বুলি মণ্ডলি লোকক মাতি প্ৰভুৰ ভোজ খুআলে; আৰু হিন্দুস্থানি ভাসাৰে কথা কিৰ্ত্তন কৰিলে। পাচে বুধ বাৰৰ ৰাতি মন ভ্ৰম হৈ গলত অনেক সাস্ত্ৰৰ কথা কলে, আৰু দহ অৱতাৰৰ মোৰ জি কিতাপ, তাক নকৈ সুধ কৰি কলিকতালৈ চাপিবৰ কাৰনে পঠাম, এই ৰূপ কথা বুলি দুলি আচিল। পাচ দিনা কিচু সক্তি পাই আপোনাৰ পৰিয়ালে সৈতে প্ৰাৰ্থনা কৰিলে, গিতো গালে; গধুলি বেলা প্ৰান এৰি প্ৰভুৰ আস্ৰয়ত মহা সয়ন কৰিলে।



Picture of a Missionary preaching to the Burmans.

আমেৰিকা দেশৰ পৰা শ্ৰীযুত ব্ৰনচন পাদুৰি চাহাব আৰু মেম, কটৰ মেম চাহাব, ওআৰ্ড আৰু হুআইটিং চাহাব, ভাৰ্য্যাবিলাকে নৈতে অচম দেশলৈ আহিবৰ নিমিত্তে জুলাই মাহৰ ২২ দিনত জাহাজত উঠিবলৈ কথা ঠাৰৰ কৰিচে।

## পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰন।

**Obituary Notice of Rev. Cyrus Barker.—Continued.**

১৮৪৬ শঁকৰ বচৰত শ্ৰীমতি ব্ৰুওন মেম চাহাবে আপোনাৰ দুই লৰাক আমেৰিকা দেশলৈ নিবলৈ উপাই কৰিলে। আমেৰিকা দেশৰ নিচিনা ভাল ইস্কুল ইয়াত নাই, আৰু উমলিবলৈ ইঙ্গৰাজি বাবা লোকো নাই দেখি, পাদুৰি বাৰ্কৰ চাহাবে আপোনাৰ প্ৰথম জিএক শ্ৰীযুতা মাৰ্গেৰেত বাবাক পঢ়াবৰ নিমিত্তে সেই ব্ৰুওন মেম চাহাবৰ লগত আপোন দেস আমেৰিকালৈ পঠাবলৈ ঠাৰৰ কৰিলে। তাতে চেনেহৰ বৰ জিএক কি জানি পুনৰ দেখিবলৈ নে পাম, ইয়াকে বুলি পঠাবৰ সময়ত মাক বাপেক দুয়ো বিয়াকুল হৈ কান্দিব ধৰিলে। আৰু মাৰ্গেৰেত বাবাও এইমান দুৰ বাটলৈ মই আই বোপাইক আৰু ভাই ভনিক এৰি জাম বুলি, বিয়াকুল মনেৰে ভালেমান কান্দিলে। পাচে মেম চাহাব জাহাজেৰে গৈ গৈ ইশ্বৰৰ অনুগ্ৰহতে আমেৰিকা পালেগৈ। তেতিয়া মাৰ্গেৰেত বাবাক মেম চাহাবে ককাকৰ ঘৰত থলেনি; কিন্তু ককাক দুই বচৰৰ আগেয়ে মিৃত্যু হল, বুৰি মাকে নাতিনিএকক দেখি পুতেকলৈ মনত পৰি সোকাবিষ্ট হৈ কান্দিব ধৰিলে। দদায়েক পেহিএকে মাৰ্গেৰেত বাবাৰ মুখ ককায়েকৰ মুখৰ দৰে দেখি চিনি পাই, বৰ ৰঙ্গ মনেৰে সুধিবলৈ ধৰিলে, তুমি আহিলা, বাপেৰে আমাক দেখিবলৈ কাহানিকৈ আহিব? কিন্তু বুৰি মাকে লোক পাই সুধিব নোআৰিচিল; মই আকও প্ৰিয় পুত্ৰক দেখিবলৈ এসা ন কৰোঁ, ইয়াকে মনতে ভাবিচিল। তেতিয়া মেম চাহাবে কলে, দেও পুত্ৰকৰ মাজত তোমাৰ পুত্ৰই স্বৰূপ ধৰম সিকাই আচে; মই জানিচোঁ, তোমোলাক আৰু তোমাৰ পুত্ৰৰ দোআৰাই দেও পুত্ৰকৰ মাজৰ জি ধৰমিষ্ট, দুয়োবিলাক মৰাৰ পাচে স্বৰগত একে লগ হৈ ওৰেও সদাই স্তুতি কৰিব; ইয়াকে বুলিলত বুৰি মাকে সান্তনা হৈ কন্দা এৰিলে।

আমাৰ প্ৰিয় বাৰ্কৰ চাহাবে সিবসাগৰ এৰি গুআহাটিলৈ জাবৰ পৰা বাৰে বাৰে নৰিয়া পৰি আচিল, আৰু সদাই ৰোগ গৰ্ত্তত থাকে। কেতিয়াবা কেতিয়াবা টান কৰে, আৰু ডক্তৰ চাহাব লোকৰ অনেক অনেক দৰব খোআতো গা ভাল নহই, এই নিমিত্তে মিস্যনেৰি ভাইবিলাকে তেঁওৰ আন একো উপাই নাই দেখি তেঁওক আপোনাৰ দেসলৈ জাবলৈ পাঁচিলে। কিন্তু ইয়াত থাকি সুভ বাত্ৰা কিৰ্ত্তন কৰিবলৈ বৰ মন হোআত সিবিলাকৰ কথা মু সুনে। পাচে ১৮৪৮ শঁকৰ বচৰত গা অতি দুৰ্বল হৈ জোআ দেখি, আৰু কিৰ্ত্তন কৰিবলৈ বল নাই কিয়া হলত তেঁও সাগৰৰ হেৱা খাবলৈ মলমাই নগৰলৈ গল; পৰে চ মাহৰ মুৰত উভতি আহিল, কিন্তু এফেৰিও গা ভাল ন হল। পাচে ইশ্বৰৰ ইচা জানিবলৈ অনেক প্ৰাৰ্থনা কৰি আমেৰিকা দেসলৈ জাবলৈ থিৰ হোআত, তিৰোতাই নৈতে বৰ অসন্তোস মনেৰে জাত্ৰা কৰিবৰ নিমিত্তে উপাই কৰিলে। ১৮৪৯ শঁকৰ বচৰত অক্টোবৰ মাহৰ ২৯ দিন হলত চাহাব আৰু মেম চাহাব চাৰি জন লৰাই নৈতে গুআহাটিৰ পৰা জমুনা নামে ভাপ জাহাজত উঠি জাবলৈ থৰাত, তেতিয়া মিতিৰ আৰু মণ্ডলি ইস্কুলৰ সকলোবিলাকে আহি বৰ খেদেৰে, আমাৰ মৰমিয়াল চাহাব আৰু মেম চাহাব আমাক এৰি কলৈ জোআ, এই বুলি অনেক দিন কান্দি আচিল।

গুআহাটিৰ পৰা গৈ কলিকতা পালত আকও সেই বেদনা টান কৰিলে। তাতে সকলোএ কৈচিল, কি জানি দেস পাবলৈ জিয়াই নে থাকিব। আমেৰিকা দেসৰ বৰ্ষি

নামে আন এজন মিস্যনেৰি চাহাব আৰু মেম চাহাব সৰিল বহ্ হবৰ নিমিত্তে দেসলৈ জাবৰ মনেৰে অহাতে বাৰ্কৰ চাহাবে কলিকতাতে লগ পালে। এই দুজন চাহাব আৰু আন অনেক চাহাব, মেম আৰু বাবাবিলাকো ডিচেম্বৰ মাহত কেম্ব্ৰৰ্জাওন নামে জাহাজত উঠি গল। তাৰে পৰা ৬ মাহলৈকে কেম্ব্ৰৰ্জাওন জাহাজ আৰু চাহাব লোকৰো একো বাত্ৰা নে পালোঁ। পাচে এপ্ৰিল মাহৰ ১৫ দিনত লণ্ডন নগৰ পাই মেম চাহাবে আমালৈ চিঠি লেখি পঠালে। সেই চিঠি পাই আমিও বৰ অসন্তোস মনেৰে সুনিলোঁ, তেঁওৰ প্ৰিয় স্বামি বাৰ্কৰ চাহাব জানুআৰি মাহৰ ৩১ দিন জোআত আফ্ৰিকাৰ দাঁতিতে জাহাজে জাঁওতে বৰ ধুমুহা বতাহ হোআ কালত মচাম্বিক নামে সাগৰৰ এক অঞ্চল পালত মৃত্যু হল। পাচে তেঁওৰ মৰা স পেৰাত সুমাই পানিত নমাই ডুবাই দিলে।

আৰু মেম চাহাবে চিঠিত জি জি লিখিছিল, তাক ক্ৰমে লিখা হব। আমি কলিকতা এৰি গৈ সাগৰ পালত মোৰ প্ৰিয় চাহাবৰ গা ক্ৰমে ক্ৰমে বাৰু কৰিচে, অলপতে আগৰ দৰে ভাল হব, ইয়াকে ভাবিচিলোঁ। কিন্তু জানুআৰি মাহৰ ১৭ দিনত সেই বেদনা আকও টান কৰিলে, আৰু তৰি বৰকৈ উখহিল, গাতো উঠি বহিবৰ সক্তি নাই কিয়া হল। পাচে তক্তৰ চাহাবৰ দৰৱ খালত ইশ্বৰৰ অনুগ্ৰহত আকও গা বাৰু কৰি জাহাজৰ ভিতৰ খোঁটালিৰ পৰা ওলাই চাপৰৰ ওপৰত হেৱা খাবলৈ গৈ ফুৰিব পৰা হৈছিল। পাচে ২২ দিনত পুনৰ্বাৰ টান কৰি লাহে লাহে বল গুচি মৰনৰ দিনলৈকে আকও উঠি ফুৰিব নোআৰা হল। ২২ জানুআৰিৰ পৰা ৯ দিনৰ ভিতৰত কেতিয়াবা কেতিয়াবা উখাহ নিকৰ হৈ স্বাস টানি টানি আছিল। ২৪ দিনৰ আবেলি বেলা পবিত্ৰ আত্মালৈ জি গিতৰ প্ৰথম চৰন,

প্ৰভুৰ ওচৰে মোৰ গমন
জেন হব মন সিতল;

তেঁওৰ সেই ইষ্ট গিত গান কৰিলে।

## পুৰনি অসমৰ বুৰঞ্জি

Ancient Assamese History.—No. 2.

খুনলুঙ খুনলাই আহিলত পাচে খুনলুঙ খুনলায়ে মুংৰি মুংৰামৰ পৰা লাইতই ৰাজ্যলৈ আহিল। তাতে মানুহ তনু ডগা ৰাজ দেখি, সেই ঠাইতে নগৰ কৰি ঘৰ সাজিলে। আতি পূৰ্ব্বে লাইতই ৰাজ্যত খুনকুম ৰজা আছিলে, এঁওৰে পুতেক খাইখাঙ ১, ত্যাওচানুন ১, এই দুই ৰজা হৈ ৰাজ্য ৰখ্যা কৰিব নোআৰিলত, পাচে সকলো ৰাজ্য ভাগি স্ত্ৰী লোহিতৰ পাৰ হৈ প্ৰক্ৰাংপৌ ৰাজ্যত সোমালহি। পাচে প্ৰক্ৰাংপৌ সোমাই দুই ৰাজ্যৰ মানুহ এঠাই হৈ কটা কটি কৰিলে। তাত পাচে মেঙাম নামে বঙাল নগাৰ বন্দি এটাই ৰজা হল, তাৰ দিনত সকলো ৰাজ্যে অনিয়াই অধৰমে প্ৰবৰ্ত্তিলে। পাচে ডাঙৰিয়া সকলে ৰজাক সহিব নোআৰি, খুনলুঙ খুনলাইৰ গোষ্টিক বিচাৰ কৰি, খুনলাইৰ পুত্ৰ ত্যাওতাইক্লাক আনি ৰানিৰান্য ৰাজ্যত ৰজা পাতি থলে। পাচে খুনলুঙ খুনলায়ে আওৰৰ নিমিত্তে দন্দ কৰি, খুনলুঙ উলটি ৰগলৈ জাঁওতে পুতেক তাওলুলুক মুংৰি মুংৰামত ৰজা পাতি গল।

খুনলায়ে লাইতই ৰাজ্যত ৰাজ ভোগ কৰি মৰিল, এঁওৰে পুত্ৰ ত্যাওতাংবুঙ ৰজা হৈ কতো দিন ৰাজ ভোগ কৰি মৰিল। এঁওৰে পুত্ৰ তাওখুংলুঙে বাপেক মৰিলত লাইতইৰ পৰা মুংৰি মুংৰামত গৈ তাওলুলুৰ লগত থাকিল। পাচে লাইতই ৰাজ্যত তাওতাংলৌৰ তায়েক তাওতাইকা ৰজা হল। পাচে তাওতাইকা মৰিল, এঁওৰে পুত্ৰ ফানলুংমুং মৰিল, লুকিলিত তাওচানত ৰজা হৈ এঁও ৰাজ ভোগ কৰি মৰিল।

পাচে খুনলুঙৰ সন্ততি তাওলুলুএ ৰজা হৈ মৰিল, এঁওৰে পুত্ৰ তাওজা কোঁজৰ ৰজা হৈ মুংখঙ মুংখন, এই দুই ৰাজ্য ভোগ কৰিলে। পাচে খুনলুঙৰ নাতি খুনলুঙোৱে মুংৰি মুংৰামৰ পৰা নামি আহি মুংখা মুংজা পালেহি; তাৰো পৰা মুংমাও

পালেহি; তাৰ পৰা ত্রিলোহিত পাৰ হৈ আহি জিউতৰাকে মান্তৰাকে দেখিলেহি। পাচে খুনকুম ৰজাই খাওখুন ৰজালৈ বুলি আহিলে, মোৰ মুংমাও ৰাজ্য এৰি দি তেঁও মুংলুং নামে তান্ধৰ ৰাজ্যত থাকোক গৈ; যদি মুংমাও ৰাজ্য এৰি নি দিএ, মই ৰৰগলৈ সর্গদেৱলৈ জনাই পঠাম, তাকো ৰাজ্যকো ভগন কৰিব। পাচে খাওখুনৰায়ে এই কথা সুনি মুংলুং কেওকাঙ ৰাজ্যত ৰলগৈ। পাচে খাওখুন কোঁঅৰৰ পুতেক তাওতাইপুঙক মালুঙত ৰহালে। তাইপুঙৰ পুত্র াইতাইপুঙ ১, নৰাত লাঙ্গি পামেউপুঙ ৰজা ১, লাচাম ফুত্যাংগ্রাঙ ৰজা ১, এই তিনি বাপেকৰ পুতেক। পাচে তাইপুঙে তিনিও পুতেকক ৰাজ্য বাঁটি দিলে; তাইলুঙক মুংজিনত ৰহালে, পামেউপুঙক মুংমাওত ৰহালে, ফুতাংগ্রাঙক মুংমিত ৰহালে, কুপ্কিঙক তাতে এই দুই ৰাজ্য দিলে। তাইপুঙৰ বাপেক ত্যাওখুনকুমে মুংখম ৰাজ্যত ৰহিল। পাচে খাওখুনৰায়ে গৈ দেখিলে, ৰজাৰ পো তাই অনেক ৰাজ্য জুৰি ললে। মুংলুং কাওকাঙত থাকিব নোআৰি মুংজা কালিত ৰলগৈ। পাচে সৌৰে বাপেক মৰোঁতে আপোনাৰ তাই পোক সিকালে, বোলে, তইঁতে দন্দ ন কৰিবি, একে লগে চুলা বান্ধিবি, গৰু মহ মাৰি একে প্রিতিএ থাকিবি, এই ৰূপে বোধ দি খুনকুম ৰজা মৰিল।

আৰু পাচে ত্যাওতাংগুনৰ পুত্র ত্যাওলুঙে লাক্নি বাইমিত (৪) সঁকত মুংৰি মুংৰামৰ পৰা মুংখা মুংজা ৰাজ্যলৈ আহিল, তাৰ পৰা মাউলুঙ পালেহি। পাচে পামেউপুঙ পুতাএকে ত্যাওতাংলৌৰ আগত বুলিলে, বোলে, তই নামকিউৰ পাৰ ন হবি, আমাকে তইতকে ৰৰগৰ পৰা একে লগে নমাই পঠালে, তই মই একে লগে জনমো ধৰিচোঁ, একে লগে চুলা বান্ধিচোঁ, গৰু মহ মাৰি একে লগে খাইচোঁ, অদ্যাপিও এৰা এৰি নৌ হওঁ, এতেকে খানাংজিনতে তই থাক, এই বুলি বাখিলে। পাচে তাইমুঙৰ পুতেক পামেউপুঙ, তিএক ৰঙ্গ খামচেন। পাচে ত্যাওতাইমুঙৰ তিএক লাঙমুঙ ৰঙ্গ খামচেনক ত্যাওত্যাংতোওলৈ দিলে। এঁওৰে পুতেক চুকখ্যাংফা, এঁওকে এনায়েকে ভুলিলে; এঁৱেই এনায়েক পুথাৰকৰ ঘৰত উনৈচ বচৰ আচিলে। ত্যাওতাইপুঙৰ পুতেক পামেউপুঙৰ পুত্র ন হল। আৰু পামেউপুঙৰ কুঁঅৰি খাওথেনমুঙৰ তিএক লাংনামত্যাপ, এঁওতেই বাইচিঙ্গা (২৪) সঁকত সর্গদেৱৰ নাতি ৰঙ্গ খামতেঙ্গে আহি গর্ভদান কৰিলেহি। পাচে পামেউপুঙ্গে গর্ভ হেন জানি বাপেকৰ ঘৰলৈ খেদি পঠালে। লাক্নি মুংমুত (২৫) সঁকত পুথাৰকৰ ঘৰতে চুকাফা জনমিল। চুকাফা ৰজা দেৱৰ জনমাৰ সঁক ১২১৪, (১১৩৪)। পাচে ত্যাওখুংলুং মৰিল, পামেউপুঙ্গে বলিয়া হৈ আপোনা আপুনি ডিঙ্গি কাটি মৰিল। লাক্নি কাত্ৰাও (২৭) সঁকত চুখ্রান্কা ৰজা হল, হিন্দু মতে সঁক ১২৩৩, (১১৩৬)।

পাচে সেই বচৰতে চুকাফা ৰজা দেৱে আলচ কৰি বুলিলে, বোলে চুখ্রান্কা ককাই ৰজাই এই ৰাজ্যত ৰজা হৈ থাকক; মই ভাটি ৰাজ্যলৈ জাঁও; এই বুলি চুকাফা ৰজা দেৱে ৰৰা বুৰকে সৈতে আলচ কৰি পুথাৰকৰ ঠাইৰ পৰা বাপেকৰ ৰাজ্য মুংজা মুংজিলৈ আহিল, চোম চেঙ্গকো আনিলে। তাতৰ টেকেলি, তামৰ তিনটাৰ ভাত একেটাতে সিজে, এনে টেকেলি তিনি হেজাৰ, প্রজা ন হেজাৰ, দঁতাল হস্তি খামংকমুং ১, মাখুন্দি হস্তি জেতিকিপ্কত ১, হাতি মাউত ফংপিম ১, বাস্তু চকু বন্ধা ঘোঁৰা তিনি হেজাৰ, এই সকল লগত অহা।

THE ORUNODOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.
N. BROWN, EDITOR.
*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ ।

পঞ্চম চোঙা । মোং সিৱসাগৰ, অক্তোবৰ, ১৮৫০ খ্রিং অং সঁক । নম্বৰ ১০ ।

VOL. V. SIBSAGOR, ASAM, OCTOBER, 1850. NO. 10.


## অনেক দেসৰ সম্বাদ ।

General Intelligence.

পঞ্জাব দেসত ঘনে ঘনে দ্রোহ আচৰা দেখি, গবর্নমেন্তে সেই দেসৰ সকলো অস্ত্র সস্ত্র সোধাই দিবলৈ আগ্যা কৰিলে । সেই হুকুমেৰে চপাই লৈ, বৰ টোপ ৫৫ ; হিলৈ ৩৭,৩৫০ ; তৰোআল ৪৭,৪০০ ; আন আন অস্ত্রেৰে সৈতে মুঠে ১,৪০,৭২৪ ৰমুআই অস্ত্র পালে ।

২৯ জুন তাৰিখত বান্দা নগৰত লেপ্তেনস্ত লিচ্‌ফর্দ আৰু হকুচাম, এই দুজন ডেকা চাহাবৰ দন্দ লাগি লিচ্‌ফর্দ চাহাবে হিলৈৰ দোআৰাই অস্ত্র জুধ কৰিবলৈ খোজাত আন দুজন চাহাবক সহাইকৈ ললে । সিবিলাকৰ সেনাপতিএ এই কথা সুনি নিবাৰন কৰিলে, তথাপি পলাই গৈ দুয়ো গুলিয়া গুলি কৰিলে, হকৃচাম চাহাবৰ গাত গুলি লাগিল । পাচে ৰস্ত হলত সেনাপতিএ চাৰিও জনক ধৰি ৰনুআ লোকৰ সোধ কৰালত সকলো দুসি পৰিল । পাচে প্রধান সেনাপতি স্রীজুত চেৰ চার্লচ নেপিৰ চাহাবে বিবেচনা কৰি হকৃচাম চাহাবক খেমা দিলে, সেই তিনিও জনৰ বাব গুচাই ৰাজ ফৌজৰ পৰা খেদাই দিলে ।

৭ জুলাই তাৰিখে চিমলা নগৰৰ ওচৰত থকা পলটনৰ দুজন চহিচৰ তিৰোতাৰ কাৰনে দন্দ লাগি গোচৰ কৰিলত জিটো ঘাটিল, সি কলে, তিৰোতাই সৈতে সেই মানুহক মই ডোখৰ ডোখৰকৈ কাটিম । পাচে ৰাতিৰ দুপৰ গলত সেই ঘৰৰ চুবুৰিয়াই এৰাও সুনি ভাতে সোমাই চোআতে, সি জেনে কৈচিল, তেনে ঘটিল, দৈপএক দৈঘ নিএক দুইকো কাটি মাৰি থোআ দেখিলে । বধ কৰাটো পলাল ।

কঁহিনুৰ নামে অর্থাত প্রকাসৰ পর্বত খিয়াত হোআ ৰঞ্জিত চিঙ্গৰ জি বহু মুলাৰ ডাঙ্গৰ হিৰা, তাক ইঙ্গলণ্ডলৈ নি কম্পানিএ মহাৰানিক ভেঁটিলে ।

৫ অক্তোবৰ তাৰিখে কলিকতা নগৰৰ সোভা বজাৰত এজনি তিৰোতাৰ দুই লৰা এক চোআলি উপজিল, তিনিওটা ভালে জিয়াই আচে ।

জুন মাহত হিন্দু সাগৰত বৰ বৰ তুফান ধুমুহা হোআত অনেক জাহাজ ভাগিল । কেপ গুড হোপৰ ওচৰত ইঙ্গৰাজি, ফ্রাঞ্চি, আৰু আমেৰিকাৰ জাহাজ ডোখৰ ডোখৰ হৈ বোজাই বস্তুৰে সৈতে সাগৰে বামত তুলি পেলালে । কিমান মানুহ মৰিল, তাৰ লেখ পোআ নাই ।

জুলাইৰ সেসৰ দিন চাৰেকত খেহ দেসৰ ওচৰ সাগৰত অনেক ধুমুহা তুফান হোআত ভালেমান জাহাজ ভাগিল ।

কোআংচি নামে খেহ দেসৰ এভাগত ২০০০ মান মানুহে ৰাজ দ্রোহ পাতি কান্তন নদিৰ কাখৰত এক নগৰ জুধ কৰি ললে ; আৰু কান্তন নগৰৰ ওচৰ পালেহি ।

চিবিত্য নামে এখান পাল জাহাজ লণ্ডন নগৰৰ পৰা গৈ ৯৮ দিনত খেহৰ স্যাংহাই নগৰ পালেগৈ । আগেয়ে এইমান বেগে কোনো জাহাজ সেই বাট ন গল ।

বয়স ৩০ বচৰ মান হৈছে, কোনো কোনো মহন্ত কৰম কৰা জেন দেখাই । বাদস্যাই এই কথা সুনি পৰিয়ালে সৈতে তাক আৰু সিস্যকো ধৰি, তাৰ পৰিয়াল ৪ জন, আৰু ভকত ৩০ জনৰ মুৰ কটাই বধ কৰিলে । সেই মহন্তকো কাটিবলৈ আগ্যা কৰিলে, কিন্তু তাৰ গিয়াতিবিলাকে তাক বলিয়া বুলি বাদস্যাত নিবেদন কৰি জনালত তাক মুকলি কৰি দিলে ।

মৌৰিচ মাজুলিৰ এক সম্বাদ পত্ৰত লিখিচে, মাদাগাস্কৰ উপদিপৰ এটা সুকান জানত কেতবিলাক অতি ভয়ানক চৰাইৰ কনি পোৱা গৈচে । অনেক কালৰে পৰা তাতে থকাত সিলৰ দৰে টান হৈ গল; আগৰ জুগৰ কনি বুলি বুজিচে; এতিয়া প্ৰিথিবিত থকা এইমান ডাঙৰ চৰাই নাই । সেই কনিৰ বেৰ ২ ফুট, অৰ্থাত প্ৰায়ে তিনি বেগত, উট চৰাইৰ কনিতকৈ ৬ গুন ডাঙৰ ।

ফ্ৰাঞ্চ দেসৰ লেভোআল গাঁৱত এটা ফটিকা খোৱা মানুহে মিতিৰইতে সৈতে চাৰাপ খাই থাকোঁতে, এই জলি থকা মম বাতি মই খাম বুলি আৰি বন্ধা কৰি মুখে খালে । তেতিয়াই এঁটাহ পাৰি কেঁকাই মাটিত পৰিল; সিইতে ধৰি চাই তাৰ ভিতৰে পুৰি জোৱা বুজিলে; মুখতো জুইৰ সিখা দেখিলে । তাতে একো উপকাৰ কৰিব নোৱৰাত আধা ঘণ্টা মান পুৰি থাকি তাৰ বুকুৰ ওপৰ ভোখৰ মুৰে সৈতে এঙ্গাৰৰ নিচিনা হৈ গল । চাৰাপ খোৱা অনেক মানুহৰ এনে গতি; ফটিকাত জুই লাগিলে থাৰৰ নিচিনাকৈ পুৰি জাই ।

ফ্ৰাঞ্চ দেসৰ আঁজি নগৰত লোহাৰ সিকলিৰে বন্ধা দলঙৰ ওপৰে এমথা সেনাই পাৰ হৈ জাঁওতে দলঙ ভাগি ৪০০ মান মানুহ নদিত পৰিল । তাতে ৰখ্যা কৰিবলৈ অনেক সক নাও গৈচিল, কিন্তু বতাহ বৰখুন আৰু ঢৌ হোৱাত প্ৰাই আদ খনি মাথোন ৰখ্যা পৰিল; দু সতকৈ অধিক মৰিল ।

শ্ৰীজুত কাপ্তিচ ওআৰ্দেন নামে কম্পানিৰ এজন ডিৰেক্তৰ চাহাবে আপোনাৰ বিসই এৰি দিলত তেঁওৰ পদত শ্ৰীজুত হেনৰি টৌৰি প্ৰিন্সেপ এক্তোআইৰ চাহাবক গুটি বুলাই বাচি লৈ ডিৰেক্তৰ বাব দি পাতিলে ।

লিবৰপুল নগৰত এজনি তিৰোতাই বাহিৰে গৈ জাবৰনিত নাগ মাটি বিচাৰি লোৱাত অকস্মিতে কোনো নবাৰ ভৰিৰ আঙুলি জাবৰত ওলোৱা দেখি ভই পাই মানুহক মাতি দেখুআই থানি এজনি কেঁচুআ চোআলি জিয়াই থকা পালে । তাতে জানিচে, সেই দিনাই কোনো দুস্ট লোকে মাৰিবৰ মনেৰে তাক জাবৰ দি পুতিলে ।

২৪ জুলাইত দেম্মাৰ্কৰ ফৌজে স্লেস্বিক প্ৰদেসৰ সেনাবোৰে সৈতে জুধ কৰিবলৈ ধৰি দুখন এথন কোঁচ ললে । পাচ দিনা মহা জুধ হল; ১০ বজা সময়ত স্লেস্বিকৰ উইলিচন নামে প্ৰধান সেনাপতিএ সকলো সেনা সেনাপতিএ সৈতে জি ইষ্টেদ নগৰত আচিল, তাক দেম্মাৰ্কৰ সেনাই বেৰি ধৰি ক্ৰমে জিকে হাৰে, এই ৰুপে দিনটো জুধ কৰি সেসত ডেম্মাৰ্কৰ জই হলত উইলিচনে হুহকি গল । মৰা আৰু খুন হোৱা মুঠে ৬,০০০ মান হৈছিল । ডেম্মাৰ্কৰ ৭৩ জন সেনাপতি আৰু ২৩০০ সেনা খুন হৈছিল; ১০৪ সেনা মৰিল । জুধৰ থোলাত স্লেস্বিকৰ ২০০০ মান খুন হোৱা সেনা পালে । তাৰ পাচ দিনা উইলিচন সেনাপতিএ স্লেস্টৈদ নগৰলৈ গৈ তাতে আপোনাৰ ২৬,০০০ সেনা গোটখুআই আৰু জুধলৈ বাট চাই আচে ।

লণ্ডন নগৰৰ শ্ৰীমতি গ্ৰেয়ম নামে এজনি মেম চাহাবে ৭ আগষ্ট তাৰিখে গধুলি বেলা ওপৰলৈ উৰা জন্ত্ৰেৰে উঠি গল । পাচে অনেক দুৰলৈ গৈ বাতি এটা গৰাৰ ওচৰত নামি তাতে হাঁকুটি লগাই ধৰি বল । তাতে বতাহ বৰখুন টান হোৱাত বৰ দুখত পৰিল; আধা ঘণ্টা মান বিজিয়াই থকাত কোনো মানুহে সুনি চাকি লৈ তাৰ ওচৰলৈ গল; পাচে জন্ত্ৰৰ পৰা ওলোৱা বায়ুত চাকিৰ জুই লাগি জন্ত্ৰ ফুটি মেম চাহাবৰ কাপৰ আৰু মুখ হাত পুৰি বৰ দুখ পালে ।





Monsiour Poiteven's Ascent from Paris.

৭ জুলাই তাৰিখে পাৰি নগৰৰ পৈতেবন নামে এজন গিয়ানিএ বলুনেৰে উঠিম বুলি বাত্ৰা কোআ কুই কৰাত ১০,০০০ মান মানুহ দৰ্সন পাবলৈ ধন দি বাৰিৰ ভিতৰত গোট খালেহি; বাহিৰতো ১,৫০,০০০ মানে চাই আছিল। দেসাধিকাৰো চাবলৈ আহিল। সেই বলুনৰ ওখই ৪৩ হাত, বহলে ৩৩ হাত; এইমান ডাঙৰ হোআতো তাৰ গধুৰ ৩॥ আচাৰি মোন মাখোন। ঘোঁৰাই লৈতে উঠিম বুলি বলুনৰ তলত কাপৰ দোলাই কৰি ঘোঁৰা বান্ধিলে। পাচে পাতল বায়ুৰে জন্ত্ৰ ভৰোআ হলত তেঁও আপোনাৰ ঘোঁৰাত উঠি মাটিত বন্ধা লেজু কাটি উৰি গল। মাটিৰ পৰা ঘোঁৰা দাঙ্গ খাব খোআত ৰৰকৈ ঠেঙ্গ জোকাৰিছিল, কিন্তু মাটি এৰালত ঠেঙ্গ ওলমি নিৰলে থাকিল। আকাসলৈ বেগেৰে উৰি জোআত বতাহে ইকাস সিকালকৈ লৈ ফুৰালে; ৩ মাইল অৰ্থাত ৩৫২০ হাতৰ ওখলৈকে উঠিল; তাতে ঘোঁৰাৰ মুখৰ পৰা ৰৰকৈ তেজ ওলাল, বৰ জাৰো হৈছিল, আৰু মেঘত অতি সুন্দৰ ধেনু দেখিলে। এঘণ্টা মানৰ পাচে নামিবলৈ ধৰিলে; মাটিৰ ওচৰ পাই লঙ্গৰ পেলাই ন ধৰাত খেতিৰ মাজত চুঁচৰি ফুৰোঁতে গচৰ পাত আৰু ধান ঘোঁৰাই চুকি পাই মুখেৰে চিঙ্গি খালে। পাচে এজোপা গচত হাতেৰে ধৰি বলত ৪০ মান মানুহে লেজুত ধৰি বলুন বান্ধি ৰাখিলে। সেই ঠাই ব্ৰিয়া গাঁও; পাৰি নগৰৰ পৰা ২০ ভাঁৰৰ বাট। পাচে ঘোঁৰাত উঠি গৈ গ্ৰিচি নামে এক নগৰ পালত তাৰ মানুহে বঙ্গ ঘৰত ধেমালি কৰোঁতে এই কথা সুনি তাক মতাত সি ঘোঁৰাই লৈতে সেই ঘৰৰ ভিতৰ সোমাল। জুলাইৰ ১৪ তাৰিখে আকও সেই ৰূপে উঠি সেইমান দূৰৰ বাট গল।

জুলাই মাহত গেল নামে এজন ইঙ্গৰাজি লোকে বলুন জন্ত্ৰেৰে উঠি সাগৰৰ ফাললৈ বৰ বতাহ হোআত বেগাই দখিনলৈ গৈ সাগৰৰ সুঁতি পাৰ হৈ ফ্ৰাঞ্চ দেসৰ সাগৰৰ দাঁতিত জুই দেখি ৰাতিৰ ১০ বজা সময়ত তললৈ নামিল। তাতে গৰা পাই সিলৰ দাঁতিএ দাঁতিএ ওৰে ৰাতি বগাই ফুৰি ৰাতিপুআত দিএপি নগৰৰ ১৬ মাইলৰ আঁতৰত গাঁৱত ওলাল। নিবাসি লোকে তাৰ কথাত বিস্বাস ন কৰি কোনোবা সত্ৰুৰ চৰাঙ্গ চোআ বুলি ভাবি কইদত থলে; বহুত সমেৰে এজন ইঙ্গৰাজি বিসয়াই তাৰ কথা বুজাই একআলে।

# পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰন।

**Obituary Notice of Rev. C. Barker.—Concluded.**

তাৰ আগেএ এদিন গধুলি মেম চাহাবক আপোনাৰ বিচনাৰ ওচৰলৈ মাতি, অতি প্ৰিতিৰে কলে, মোৰ প্ৰিয়া জেইন, প্ৰভুত মোৰ প্ৰেম আৰু বিশ্বাস জেন বাঢ়ে, আৰু প্ৰভু জেন মোৰ ওচৰত থাকিব, এই নিমিত্তে তুমি প্ৰাৰ্থনা কৰি থাকা। তেতিয়াৰে পৰা মৰিবৰ কাললৈকে তেঁওৰ মনত কেতিয়াবা কেতিয়াবা ভ্ৰম হৈছিল। ২১ দিনৰ গধুলি আন কালৰ দৰে বিচনালৈ উঠি সুলে; পাচে পুআ ৪॰ বাজিবৰ সময় নিকশ্বাস হৈ বিচনাৰ পৰা নামি, তাতে আউজি থকাত মেম চাহাবে সুনি সাৰ পাই, তেঁওক তুলি ধৰি চকিত বহুআলে। পাচে উশাহ লৈ অলপ স্বস্থ হৈ তেঁও কলে, মোৰ বল নাই কিয়া, মোক খাবলৈ কিচু আৰুৰুট দিয়া, ইয়াকে বোলাত মেম চাহাবে তাক সিজাবলৈ হুকুম দি ডক্তৰ চাহাবক মাতিবলৈ গল। তেতিয়া ডক্তৰ চাহাবে আহি চাই মেম চাহাবত কলে, তোমাৰ স্বামি জিব নোআৰে, অলপতে মৰিব। মেম চাহাবে সেই কথা সুনি বৰ অসন্তোস লাগিল, আগেয়ে মৰিব জেন বুজা নাই। পাচে ডক্তৰ চাহাব আদি লোকে বিচনাত তুলি সুআই থলে; তাৰ পৰা সেসলৈকে উঠিব নোআৰিলে। তাতে আগতকৈ মন অথিৰ হৈ মাজে মাজে বাতুল জেন হই, আৰু তেঁও গুআহাটিত জেন আচে, আগৰ চিমন ডক্তৰ চাহাবৰ লগত কথা হৈ থাকে। পাচে পাদুৰি বৰ্পি চাহাবে প্ৰাৰ্থনা কৰিবলৈ আহিলত তেঁওৰ প্ৰাৰ্থনা মনে বুজাৰ দৰে সুনিলে, জেতিয়া অন্ত হল, তেতিয়া তেঁও বুলিলে, আমেন, ইশ্বৰৰ ইচা পূৰ হওক। আৰু জি নতুন মিস্যনেৰি চাহাব অচম দেসলৈ আহিচে, সিবিলাক বেগাই নিৰ্বিঘিনিএ আহিবলৈ বৰ ইচা কৰি তেঁও অনেক কথা কবলৈ ধৰিলে। গধুলি বেলি পাদুৰি বৰ্পি চাহাবে আকও প্ৰাৰ্থনা কৰি এটাই তেঁওত সুধিলে, তোমালৈ খ্ৰিষ্ট প্ৰিয় হৈচে নে, আৰু অকল তেঁওত তোমাৰ বিশ্বাস আচে নে? তেঁও বুলিলে, হই, মোৰ বিশ্বাস অকল তেঁওতে আচে; কিন্তু আন কালৰ দৰে প্ৰভু মোৰ ওচৰ হোআ জেন নে পাঁও, মই প্ৰথমতে জাহাজত উঠিবৰ দিনা তোমাত কৈচিলোঁ, মোৰ প্ৰিয় প্ৰভুৰ ওচৰত থাকিবলৈ বৰ বাঞ্চা হই; আৰু মোৰ সৰিল আত্মা সকলোকে তেঁওত সোধাই দিবলৈ জতন কৰিলোঁ, কিন্তু তেঁওৰ আগত একোৱো জোগ্য ন হঁও; তেঁও উঠানো জিয়নো, জি জনে তেঁওত বিশ্বাস কৰে, সি কেতিয়াও ন মৰে।

তেতিয়া বাপেক মৰাৰ আসিৰ্বাদ পাবলৈ লৰাহঁতক মাতিলে। পাচে ওচৰলৈ আহিলত দেখি সিহঁতৰ গাই পতি নাম কাঢ়ি, এদি, ৰুথি, চাইৰচ, মেৰি, তোমোলাকক ইশ্বৰে আসিৰ্বাদ কৰোক বোলাত সিবিলাকে গাই গাই বাপেকক চুমা দিলে, আৰু বাপেকেও গাই পতি মূৰত হাত দি আসিৰ্বাদ দিলে। বৰ পুতেক এদিৰ ওপৰত প্ৰাৰ্থনা কৰিলে. সেই সুমতে সন্নিপাত হৈ গা ঘামি আসন হৈ গল। তেতিয়া পাদুৰি বৰ্পি চাহাব, মেম চাহাব, আৰু জাহাজত থকা আন মিতিৰ সকলো তেঁওৰ ওচৰলৈ আহিল, কিন্তু জগতৰ লোকে ( কালত উপকাৰ কৰিবলৈ কাৰো সক্তি নাই। পাচে তেঁওৰ গা চাটি ফুটি কৰি প্ৰায়ে মৰনৰ দুখেৰে ঘাম বৈ বৈ আচিল। কিন্তু তেঁওৰ মন ঠাৱৰ কৰি সৰিল নম্ৰ ভাৱে ইশ্বৰক সোধাই দি আচিল। ৰাতি মাজে মাজে মেম চাহাবে সুধিলে, মোক চিনিচা নে? তেতিয়া চাহাবে মৰমেৰে মিটিকিয়াই উত্তৰ দি কলে, হই, তুমি মোৰ প্ৰিয়া জেইন। আৰু এবেলি ক্লান্ত হৈ আন আন কথা লাহে লাহে কৈচিল, প্ৰায়ে সুনিবলৈ নে পাই। কিচু কালৰ পাচে মন বাতুল জেন হৈ, অচম মতে কথা কৈ গুআহাটিৰ ইস্কুল আৰু মণ্ডলিৰ সিস্য, থোৰা, আপিস্তা, পতি আদি কৰি নাম কাঢ়ি অনেক কথা কলে। আপিস্তাত সুধিলে, তুমি নিতৌ প্ৰাৰ্থনা কৰি সাস্ত্ৰ পঢ়ি থাকা নে? তে-

তিয়া মেম চাহাবে কলে, তুমি কিয় ভুম হৈচা? আমি গুআহাটিত থকা নাই, সাগৰৰ ওপৰত জাহাজতে আচোঁ; কিন্তু গুআহাটিত থকা মিত্ৰিৰ মানুহলৈ জেতিয়া চিঠি লিখোঁ, তেতিয়া তোমাৰ কথা কি পঠাম? তাতে চাহাবে সমিধান দি কলে, মই আদিৰে পৰা এতিয়ালৈকে সিবিলাকক প্ৰিতি কৰিচোঁ, আৰু সিবিলাকে জেন য়িচুৰ চৰনত প্ৰেম আৰু ভক্তি ৰূপে থাকে, মোৰ এনে বৰ ইচা। আৰু আমাৰ আমেৰিকা দেসৰ মিত্ৰিবিলাকলৈ কি পঠিয়াবা বোলাত, চাহাবে কলে, মোৰ মাতিবলৈ বল নাই, আতম্বিয়া হৈচোঁ, দেও পুজকৰ মন পালটি ইশ্বৰক ভজা এই সুভাগ্য কালত মৰিবৰ ইচা নাই, তথাপি ইশ্বৰে মাতিলে, কেনেকৈ থাকিব পাৰিম? মোৰ জিৱন ইশ্বৰৰ হাতত থৈচোঁ। ইয়াৰ পাচে অলপ আৰুকত খুআলে, তেতিয়া কিচু স্বস্ত হলত মেম চাহাবে কলে, মই তোমাত জি জি অপৰাধ কৰিচিলোঁ, তাৰ দাই খেমা কৰা। চাহাবে কলে, তোমাৰ একো দাই নাই, কিন্তু মোৰেহে অপৰাধ খেমিব লাগে।

পাচে ডক্তৰ চাহাবে কথা ন কৈ সুই থাকিবলৈ হুকুম দিলে; কিন্তু দুখৰ কাৰনে টোপনি নাহে, আৰু বৰ বতাহেৰে সমুদ্ৰৰ খলকত জাহাজ চলঙ্গ পলঙ্গ কৰি থকাত চাহাবে কিচু সুখিল নে পালে। ৰাতি পুআৰে পৰা ধুমুহা বাৰ্হিলত জাহাজৰ আটাইবিলাকে দুখ আৰু বৰ ভই পালে, কিন্তু চাহাবৰ দুখ বা সুখ একোৱো চিন্তা নাই কিয়া হল। পাচে ১১ বজা মানত চকুত জাল মাৰি ধৰাত ঘনে ঘনে মচিবলৈ ধৰিলে। তেতিয়া মেম চাহাবলৈ ঘুৰি চাই কলে, তোমাৰ ৰূপ কেনেবা আচৰিত জেন দেখোঁ। তাৰ অলপৰ পাচে হাত চেঁচা পৰিল, নখ কলা পৰি গল, উখাহো দিঘলকৈ ৩। ৪ বাৰ লৈ পাচে উখাহ নাই কিয়া হল। এই ৰূপে জি প্ৰিয় স্বামি, লৰাইতৰ মৰমিয়াল বোপাই, মণ্ডলিবিলাকৰ ৰখ্যক, আৰু দেও পুজকৰ মিত্ৰিৰ, জি জনে বাপ মাও, ভাই ককাই, মিত্ৰিৰ কুটুম দেস এৰি, নতুন নিয়মৰ সুভ বাত্ৰা দেও পুজকবিলাকৰ আগত সিকাবলৈ আহিল, সেই জনৰ জিৱাত্মা স্বৰগৰ পবিত্ৰ থানৰ দুত আৰু সাধুবিলাকৰ সঙ্গত থাকি স্তুতি গিত গান কৰিবলৈ গল।

পাচে মেম চাহাব আৰু লৰাইতে অসন্তোস কৰি কান্দিবলৈ ধৰিলে। সিবিলাকৰ সান্তনাৰ নিমিত্তে মৃত্যু সৰিল মাথোন থাকিল, তথাচ মৰা জনৰ মুখো হৰ্সিত জেন, দেখিবলৈকো অতি সুন্দৰ হৈ আচিল; কিন্তু কন্দাবিলাকক একো সমিধান দিব নোআৰে। গধুলি নৌ হওতে জাহাজৰ কাপ্তান, আন চাহাব, আৰু লস্কৰ সকলোএ আহি চাই, চাহাবৰ মৰা স পেৰাত সুমাই জাহাজত থকা দিঘল নাও খনত তুলি থলে। বৰ ধুমুহাত নাও চলঙ্গ পলঙ্গ কৰি থকাতে সেই দিনাৰ নিসাও ধুমুহাৰ ভয়তে আটাই মানুহৰ গা কঁপি আচিল। আৰু চাহাবক পেৰাত থবৰ পৰা লৰাইত আৰু মেম চাহাবেও পুনৰ সিবিলাকৰ অতি প্ৰিয়ক দেখিবলৈ নে পালে। পাচ দিনা দুপৰ মান বেলিত বতাহ কিচু সান্ত হলত সুভ কাল পাই চাহাব লোক আৰু সকলো মানুহ গোট খাই, মৃতকৰ পেৰা নাৱৰ পৰা আনি জাহাজৰ ঢাপৰত থলত কাপ্তান চাহাবে কিতাপত সাস্ত্ৰৰ কথা আৰু প্ৰাৰ্থনা পাৰ্হিলে। পাচে পেৰা সাগৰত নমাই পুতি থলে। সেসৰ মহা দিনত আমাৰ প্ৰভু মেঘৰ ওপৰত দুতবিলাকে সৈতে ভেঁৰি বজাই আহি মৰা লোকৰ উঠানলৈকে চাহাব তাতে থাকিব।

সাগৰৰ মাজত চাহাবৰ সৰিল জি ঠাইত পুতিলে, তাৰ ওচৰত এটা বৰ সিল আচে, সেই সিলৰ নাও বাৰ্কৰ সিল। তেঁওৰ সৰিল থোআ ঠাই দেখাবৰ নিমিত্তে আন একো চিন নাই, কিন্তু তেঁওৰ সৰিল হেৰাল, পাব নোআৰে, ইয়াক ভবাৰ একো কাৰন নাই; কিয়নো ইশ্বৰে জি সক্তিএৰে প্ৰথমতে মানুহক সৃজিলে, সেই সক্তিএৰে সকলো মৰা লোকৰ সৰিল পোতা বা পোৰা হওক, বা ভস্ম হৈ উৰি জাওক, তেও সেসৰ মহা সোধৰ দিনত আটাইকে চপাই তুলিব। ই. হ. ৰ.



Amakosa Fingoe Man.

## আফ্রিকাৰ দখিন ফালৰ বিবৰন।

Geography of Southern Africa.

গুড হোপ নামে আফ্রিকাৰ দখিন টেকত জি দেস আচে, সেই সুন্দৰ ঠাই, অনেক সন্যোবে সম্পূর্ন; তাৰ ঘাম নিয়ম ৰুপে আচে, থাকিবলৈ সুখিল। প্রথমতে পর্তুগিচ জাহাজৰ লোকে ১৪৯৩ সঁকত সেই টেক দেখা পালে। পাচে ১৬৫০ সঁকত জর্মানি লোকে তালৈ গৈ দেস দখল কৰি তাতে নিবাসি হৈ থাকিল। ক্রমে ইঙ্গৰাজিএ জর্মানিক জিকি সেই দেস ললে, এতিয়া তাৰ আদি বাসি সকলোএ ৰসবর্ত্তি হৈ মহা ৰানিৰ হুকুমত চলা হৈচে।

ইঙ্গৰাজিৰ নিবাসি ঠাইৰ পুব ফালে কাফিৰ লোক আচে; সিবিলাক আববি, বুধাৰু আৰু ডকাইত। সিইতৰ চাৰিও ফালে হটন্তুত আৰু ফিংগো লোকৰ জি আঠ ধন ৰাজ্য আচিল, সেইবোৰক বনত জিকি খেদালে আৰু বন্দিকৈ ললে। ইঙ্গৰাজিএ কাফিৰে সৈতে ৰন কৰোঁতে সেই ফিংগোৰ অনেক অনেক লোকক উপকাৰ কৰি সত্রুৰ হাতৰ পৰা এৰুৱালে। এনে ফিংগোৰ তিৰি পুৰুস দুজন ওপৰত লিখা হৈচে। তিৰোতাই মুৰত এখন গামোচা বান্ধে; গাত মেৰৰ চাল লই, নোম ভিতৰ দুটিএ বাখে। লৰাক নিবলৈ পিঠি ফালে এটা চালৰ জোৰা থাকে। মুনিহু তিৰোতা দুয়ো কানত বৰৈ, ভিজিত মনি পিন্ধে, মন্ত্র ভৰোআ বিৰিও বাখে; কাপৰ কেতিয়াও নো ধোএ।

কাফিৰ উত্তৰ ফালে জুলা নামে এজাতি মানুহ আচে। সিইঁতো বনত বৰ ঢালি; আন জাতিএ সৈতে সদাই জুধ কৰি থাকে।

পর্বতত বস্মান নামে এজাতি আচে; সিইত আটাইতকৈ অসভ্য: গা সৰু, এলাগি; কোনো অধিকাৰৰ আগ্যা পালন ন কৰে, পৰিয়ালবো বন্ধন ন হই, দন্দ লাগিলে কটা কটি কৰে, তাৰ বল, সেয়ে আনৰ বস্তু ডকাদি লই, তিৰোতাকো আনে। খেতি ন কৰে, চাগ আদি নো পোহে, চিকাৰ কৰি পহু মাৰি খাই; আহাৰ নে পালে গচৰ পাত সিপা, সাপ, জেঠি আদি কৰি আটাই বিকৃচিনা লগা জন্তুকে খাই। নাকত একোৰো গন্ধ বেয়া নে পাই; পহুৰ নিচিনাকৈ মাটিৰ গাঁতত ৰাতি সোমাই সুই থাকে।

হটন্তুত লোকে মেচি ঘৰ সাজে, তাকে ঢাকিবলৈ তিৰোতাবোৰে ঢাৰি বৈ দিএ। এখন গাঁও পাতিব খুজিলে, এনে ১৯।২০ ঘৰ মণ্ডল আকাৰ কৰি সাজে, ঘৰে পতি এখন দুআৰ ভিতৰ ফালে থাকে।

আগৰ কালত সেই দখিন আফ্রিকাৰ মানুহে প্রায়ে একো ধৰমৰ কথা নে জানে; এতিয়া বহু প্রুমেৰে পাদুৰি লোকে খ্রিষ্টিয়ান ধৰম সিকাই বুজাই দিয়াত ঠায়ে ঠায়ে কোনো কোনোবিলাকে লৈচে; আখৰ লিখি পৰ্হিবলৈকো সিকাইচে।

এই দেসত জিব্রা, আৰু হাতি, নদ্যৰ, গঁৰ, সিংহ, জিৰাফ, উট চৰাই, এই সকলো জাতৰ জন্তু থাকে, আৰু অনেক ভাইল সাপো আচে। লতা পনিয়ালৰ খেতি বহুতকৈ আর্জ্জি, তাৰ ৰস জাহাজত পঠাই আন দেসত বেচে।



Fingoe Woman.

যেঁহ আৰু গোম ধান, সুমধিৰা টৈঙ্গা, ডিমৰু, বাদাম, খেৰেজু, এইবিলাক গুটি আছে। লোনা বিল অনেক থকাত তাৰ পানি বদত সুকালে লোন পোআ জাই। সেসৰ ভিতৰত পুৰা পচিমাকৈ পৰ্বতৰ দুই তিনি সাৰি আছে; টেবল নামে সিলৰ এটা পৰ্বত ২৩১০ হাত ওখ।

## পুৰনি অসম বুৰঞ্জি।

Assamese History.—No. 3.

লগত অহা ডাঙ্গৰিয়াবোৰৰ লেখা, মুংখু ৰাজৰ ৰাজ খোআ ডাখুন্‌লাক ১, খুন্‌তাই ১, মুংখ মুংপুম ৰাজ্যৰ ৰাজ খোআ ক্লা লংখুন্‌তং ১, মৰিৰং ১, মুংখু ৰাজৰ ৰাজ খোআ কাংখুমুং ১, আইতনি ১, মুংলি ৰাজৰ ৰাজ খোআ কালাং ১, খুনতাইকং ১, থাওমুংকেওখুন ১, চিৰিঙ্গ ১, থাওমুংকেন্‌লং ১, নাপেত থাওমুং ১. তিচু ৰাংধাম ১, বুৰা গোহাঁই ১, এই ডাঙ্গৰিয়া কেইটা চুকাফা ৰজা দেৱৰ লগত আহিল।

নাক্লি খুতমিত (২৮) সঁকত, কংকেও, তাওত্যোওত (২৯, ৩০) চুকাফা ৰজাৰ লগত বাটত লগ ধৰি অহা খুনলুত্যোও ১, জাতত অহা। নাক্লি কাপ্লাও, কাপঙ্গি (৩১, ৩২) সঁকত কাওকংমুংবান পালেহি। নাক্লি ডাপমাও, বাইচি (৩৩, ৩৪) সঁকত মুংলা মুংতি পালেহি। নাক্লি মুংচেও, প্লেকচিঙ্গা (৩৫, ৩৬) সঁকত সাতি খতিয়া নগাৰ গাঁও পালেহি। নাক্লি কাতমুত, খুতচান (৩৭, ৩৮) সঁকত নামকিউৰ পাৰ হৈ ওপৰ চকুআ নগাৰ গাঁও পালেহি। নাক্লি কংৰাও, তাওমিত (৩৯, ৪০) সঁকত ত্যাকংত্যাংখ্রাই পালেহি। নাক্লি কাকেও (৪১) সঁকত মুংকেওত ৰলহি। সেই ঠাই থাকি চুকাফা ৰজা দেৱে তাখুন্‌লাক চৰন, খুনকং, উলিয়া, খুন্‌তংত্যাই, কাংখুমুং, থামুং, কানঙ্গন বুৰাগো, থাওমুংকেওখুন, থাওমুংগাঁও, খেন্‌লং, থাওমুংমাংথাম, এই সকলক পঠাই মুঙ্গকঙ্গক জুজিব দিলেগৈ; তাকো জিনি আহিল। পাচে তাৰো পৰা লংমিত্যোকাওলৈ আহিল, তাৰো পৰা মলাখুং পালেহি। তাৰো পৰা মুংথাম মুংপান পালেহি। তাৰ পৰা ফাকেওত্যোওন পালেহি। তাৰ পৰা তইথাম পৰ্বতৰ বৰ দুআৰ পালেহি। তাৰ পৰা বিনপেন মুংত্যোন পালেহি। তাৰো পৰা নামতিলিক কাংতাই পালেহি। তাৰ পৰা নাক্লি কাপত্যোও (৪২) সঁকত থামজাঙ্গ পালেহি। তাৰ পৰা নামজাঙ্গ পাৰ হৈ আহি, চুকাফা ৰজা দেৱে নামজাঙ্গ বিলৰ কাসৰত ৰলহি। তাৰে পৰা নগা গাঁও মাৰিবলৈ ডাঙ্গৰিয়াবিলাকক পঠাই দিলে। গাঁৱৰ লেখা, খাকখু ১, পুংক্লাং ১, তিথ্যাং ১, বিংলাও ১, নাতেমা ১, লাংনপঙ্কে ১, তাক ১, এই সাত গাঁৱৰ নগা আপুনি ৰৰিলে।

উপা, তপু, এই দুই নগা গাঁৱক ধৰিব দিলে; তাৰ লগতে লুক্নাম ১, লুক্না ১, এই দুই নগা গাঁৱক মাৰিলে। পাচে চুকাফা ৰজা দেৱে কাংজংমুঙ্গক খামজাঙ্গত থৈ আছিল। পাচে নামজাঙ্গ পাৰ হৈ ডইকাওৰঙ্গত বলহি। তাৰ পৰা তাঙ্গৰিয়া সকলক পঠাই উজনি ভাটি দুয়ো ফালে জি নগাৰ গাঁও আছিলে, সদৌকো মাৰিব দিলে। গাঁৱৰ লেখা, পাপুকিয়া ১, খম্তেঙ্গিয়া ১, খুনখতিয়া ১, খুনতুঙ্গিয়া ১, তংতিাঙ্গিয়া ১, জাখুঙ্গিয়া ১, এই চই গাঁৱে জুধ দিলে; বলে নোআৰি বিস্তৰ নগা পলাল। আমাৰ মানুহে অনেক নগা কাটিলে, বিস্তৰ নগা ধৰিও আনিলে। নগাৰ জুধাৰুবোৰক আনি কাটি কাটি মঙ্গহুক সিজাই, ককায়েকৰ মঙ্গহ ভায়েকক পুতেকৰ মঙ্গহ বাপেকক, এই ক্রমেৰে খুআই, ডইকাওৰ পৰা নামপুঙ্গ নদিৰ কাসৰে আহি নামৰুক পালেহি। তাৰো পৰা তুঁৰ বাঙ্কি ঘোৰাই লৈতে মানুহ ভটিয়াই আহিল। লাক্লি তাপপ্লাও (৪৩) সঁকত তাতে খুতঙ্গক থৈ চুকাফা ৰজা দিহিঙ্গে ভটিয়াই তিপাম পালেহি। লাক্লি মুংমাও, প্লেকচি, কাতচেও, (৪৫, ৪৬, ৪৭,) এই তিনি লাক্লি তিপামতে আছিলে। পাচে তিপামৰ গাতি তল জোআ দেখি বোলে, আত থাকিবলৈ ভাল ন হই, এই বুলি তাতে কালঙ্গক থৈ চুকাফা ৰজা দিহিঙ্গে ভটিয়াই আহি, দিহিঙ্গ কাসৰত সলগুৰিত বলহি। লাক্লি খুতচিঙ্গা, (৪৮,) কংমুত, তাওচান, কাৰাও, কাপ্মিত, এই পাঁচ লাক্লি তাতে থাকি বোলে, আত মানুহৰ লখ নাই, সুন্য ঠাইত থাকিবলৈ ভাল ন হই; এই বুলি চুকাফা ৰজা লুইতে ভটিয়াই হাবুঙ্গত বলগৈ। লাক্লি তাপ্কেও (৫৩,) ৰাইত্যোও, মুংপ্লাও, এই তিনি লাক্লি থাকি তাতে তিনি হালি খেতি কৰি খাই আছিলে। পাচে সকলোৰে আলচ কৰি বোলে, পানিত তল জোআ মাটি, আত থাকিবলৈ ভাল ন হই; এই বুলি চুকাফা ৰজা লুইতে ভটিয়াই আহি দিখৌ মুখ পালেহি; দিখৌ মুখে উজাই আহি দিলিহৰ মুখ পালেহি। দিলিহৰ পানিত হাত দি চাই, এই পানি তিপামৰ পৰা আহিচে, এই জানি দিখৌএ দি উজাই আহি চংতক পালেহি; চংতকৰ পানি জুখি চাই দো তোলা চাৰ পাই, তাতে থাকি চুকাফা ৰজা দেৱে চুখ্রানফা ৰজাৰ ঠাইলৈ কটকি পঠালে, বোলে, আমি ই ঠাইত আচো, তাকে জনাগৈ; সন্দেস কপৰ তাউকিন ২ টা, কলহ ১, বেলা ১ খন, তাও কাপৰ ১০, বচোআল ১০। পাচে চুখ্রানফা ৰজাই আমাৰ ৰজা দেৱলৈ দিলে, জিম ৰঙ্গা ঘোঁৰা ১, কাৰফাই ধনু ১, ৰৰই দিয়া চোলা ১, সোনোআলি পইজাৰ তিনি জোৰ, সোনোআলি টুপি দুটা, বাঁহৰ কাপৰেৰে চোআ তিনটা, আৰো বস্তু বহুত দি পঠালে; এই ৰূপে দুই ৰজাৰ চেনেহ প্রিতিএ গল।

তাতে লাক্লি প্লেকঙ্গি, কাতমাও, এই দুই লাক্লি থাকি তাতে তাধুনলাকক থৈ, চুকাফা ৰজা দেৱে ভটিয়াই সিমলুগুৰি পালেগৈ। লাক্লি খুতচি (৫৮,) কংচেও, তাওচিঙ্গা, কামুত, কাপচান, তাপ্ৰাও, এই চই লাক্লি তাতে থাকি মানুহ পঠাই চোআলত নামতাঙ্গত তিনি হেজাৰ পানি খোআ ঘাট দেখিলে। চাৰিঙ্গতো তিনি হেজাৰ ঘাট দেখি, কিচুমান ডই সংসই কৰি তিমাত আছিলেগৈ। তাকো পানি তল জোআ দেখি, তিমাকে উজাই গৈ, লাক্লি ৰাইমিত (৪) নগৰ কৰিলে; তাকো পানি তল জোআ দেখি এৰিলে। লাক্লি মুংকেও (৫) সঁকত লাংকুৰি দেৱৰ পৰ্বতৰ কাসৰৰ সক পৰ্বতটিত নগৰ কৰি দেও সকলক পূজা সেৱা কৰি থাকিল। পাচে লাক্লি তাওজি (২০) সঁকত ত্যাওলুং চুকাফা ৰজা দেও স্রিত্যু হল, এঁৱে ভোগ কৰিলে ৩১ বচৰ।

THE ORUNODOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.
N. BROWN, EDITOR.
*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্র।

পঞ্চম চোআ। মোং, সিৱসাগৰ, নবেম্বৰ, ১৮৫০ খ্রিং অং সঁক। নম্বৰ ১১।

VOL. V. SIBSAGOR, ASAM, NOVEMBER, 1850. NO. 11.

## অনেক দেসৰ সম্বাদ।

General Intelligence.

নবেম্বৰ মাহৰ ১২ তাৰিখে সিৱসাগৰ জিলাত ৰাতি দিন সমে ধাৰা সাৰ ৰতাহ ৰৰষুন হোআত সিৱসাগৰ মৌজাৰ ভিতৰত আমাৰ লোকে বুজ পোআ এসতকৈ অধিক গৰু মৰিল; কোনো ঘৰত এটা দুটা আৰু পাঁচোটাকৈও মৰিচে; বিসেসকৈ জাৰৰ কাৰনে মৰিল। আলিৰ দাঁতিত থকা মৰা সৰ দুৰ গন্ধত প্রায়ে মানুহ জাব নোআৰা হল।

লাহোৰ নগৰত বহু মানুহ নৰিয়া পৰি আৰু মৰিও আচে। গোৰা চিপাহি ৭০০ সাত স মান নৰিয়া হোআৰ কাৰনে হস্পিটালত আচে; আৰু আন চিপাহিও ৪। ৫ স মান নৰিয়া পৰি আচে।

ঢাকা নগৰৰ অধিকাৰ কলেক্তৰ চাহাবে শ্রী শ্রীযুত প্রিঞ্চ আল্বর্ত্তৰ মহা দর্সনলৈ পঠাবৰ নিমিত্তে ঢাকাৰ তাঁতি লোকক এক ৰৰ মিহি কাপৰ বনাবলৈ হুকুম দিচে। সেই কাপৰ দিঘে ৪০ হাত, বহলে ডেৰ হাত, এইমান ডাঙৰ হৈচোঁতেও তাৰ গধুৰ ১৫ টকাতকৈ অধিক ন হব, সিহঁতে এনে কথা বাঙ্কি লৈচে।

জগনাথলৈ জাত্রিক লোক বাটত জাঁওতে মেদিনিপুৰ নগৰৰ ওচৰত ঘাটৰ নাও ধনত পাৰ হোআ সময়ত সেই নাৱত মাটি ঘাঁহেৰে মৰা এটা বিন্ধা আচিল। তাতে বিন্ধা মুকলি হৈ পানি সোমাল, আৰু নাও তল জোআত ৩০ বা ৪০ জন মানুহ পানিত পৰি মৰিল।

জোআ বচৰত হিন্দুস্থান দেসত কম্পানিৰ কৰ আদি জিমান টকা উত্পন আৰু ভগন হই, তাক তলত লিখা হৈচে।

| | উত্পন | ভগন |
|---|---|---|
| বঙ্গাল প্রদেস | ১০,০৪,৩১,৭৭১ | ১২,৯৮,৫২,১৯১ |
| ওপৰ হিন্দুস্থান | ৫,৮৩,৩৯,৫০০ | ১,৯৪,৫৬,৫০০ |
| মান্দৰাজ | ৫,১৫,১৪,৫৩৭ | ৫,৬৭,৫৯,৯৮০ |
| বম্বাই | ৩,৯৪,১৪,২৮০ | ৪,৬২,৯৫,৮৪২ |
| ইঙ্গলণ্ডত খৰচ | | ৩,০১,২৯,০০০ |
| মুঠে | ২৪,৯৭,০৫,০৯৩ | ২৭,২৪,৯৩,৫৯৩ |

খৰচ বাৰ্হিল ২,২৭,৮৮,৫০০ দুই কোটি আঠাইচ লাখ টকা। সেই উত্পন টকাৰ ভিতৰত মাটিৰ খাজনা ১৪,১৬,৪৫,০০৫; লোনৰ সুত ২,৫০,১৮,৩২৭; কাফিমৰ লাভ ৩,৫৩,৮৬,০০৬।

এই হিন্দুস্থান দেসত সকলো সৈন্যৰ অধিকাৰ প্রধান সেনাপতি হবলৈ চেৰ উলিয়ম গম চাহাবক নিজোজন কৰিলে। ইঙ্গলণ্ডৰ পৰা তেঁও আহি পোআতে এতিয়াৰ প্রধান সেনাপতি শ্রীজুত চেৰ চার্লচ নেপিয়ৰ চাহাব ইঙ্গলণ্ডলৈ উলটি জাব।

কর্নল কিঙ্গ নামে এজন সৈনাপতিএ ৰনত আপোনাৰ সেনাবিলাকক ভাল ৰূপে চলাই নি নিয়াত প্রধান সেনাপতি চেৰ চার্লচ নেপিয়ৰ চাহাবে তেঁওক দাই ধৰি লোকৰ আগত তেঁওৰ গাত দোস দিয়াত কর্নল কিঙ্গ চাহাবৰ অতি চিন্তাকুল হৈ আপোন ঘাতি হৈ মৰিল।

মনিপুৰৰ ৰজা কাঁইটিয়া সিঙ্গৰ দদায়েক দুত্ৰিয়া সিঙ্গ আগৰ বাৰৰ পৰা গুচুআ হলত সি দ্ৰোহ পাতি ২০০ সেনা গোটাই ৰন কৰিব ধৰিলে; তাতে তেঁওক ধৰিবৰ নিমিত্তে এজন সেনাপতি আৰু চিপাহি পঠালে; সিইতে লগ পাই হিলৈৰে গুলিয়াই ১১ মানুহক মাৰিলে; দুত্ৰিয়া সিঙ্গৰ গাতো গুলি লাগিল। তাৰ পাচে কাপ্তান বেকৰ চাহাবে বগা সেনাই সৈতে সেই দ্ৰোহিয়াক বিচাৰিবলৈ গল, কিন্তু নে পালে।

মলমাইন নগৰৰ এখান সম্বাদ পত্ৰত লিখিচে, ইঙ্গ্লি নামে এজন ইঙ্গৰাজি চাহাবে মান ৰজাৰ পৰা সেনাপতি বাৰ পাই মানৰ সেনা গোট খুআই চিয়াম অৰ্থাত জিউতৰা দেস আক্ৰমন কৰিবলৈ উপাই কৰিচে।

চিংঘল অৰ্থাত লঙ্কা দিপৰ কলম্বো নগৰত এলিয়ট নামে জি এজন চাহাবে এক সম্বাদ পত্ৰ চলাইচে, তেঁও গাল নগৰৰ পৰা বিলাইতি ডাক অতি বেগে পাবৰ নিমিত্তে এবিধ পাৰ চৰাই পুহি ডাক নিব লৈ বাৰে মাহ মান সিকাই এতিয়া নিবলৈ ধৰিচে। সেই বিধ পাৰ আপুনি থকা ঘৰত বৰ আসক্ত; আন ঠাইলৈ নি মুকলি কৰিলে সি একে বাৰে তাৰ গৰাকিলৈ উভতি জাই। এলিয়ট চাহাবে আপোনাৰ এনে এক ডাকুআল পাৰ গাল নগৰলৈ পঠাই দিয়াত, তেঁওৰ মিতিৰে তাক দু দিন মান ৰাখি আগষ্ট মাহৰ ইঙ্গৰাজি ডাক পাই তাৰ প্ৰধান কথা সক চিঠিত লিখি চৰাইৰ ঠেঙ্গত বান্ধি মেলিলত সি পোনাই উৰি গৈ ২॥ আৰ্হৈ ঘণ্টাত গৰাকিৰ ঘৰ পালেগৈ, তাতে সেই সকলো কথা পত্ৰত চাপি দেসত চলাইচে। তাকৰ মানুহে দুই তিনি দিনে পাই; সেই দুই নগৰ ৭৫ মাইলৰ আঁতৰ। মাহে মাহে চৰাইৰে ডাক আনিম বুলি থিৰ কৰিচে।

ইউৰোপৰ দেসবিলাকত ঠায়ে ঠায়ে মাউৰে ধৰি ভালেমান মানুহক মাৰিচে। আফ্ৰিকা ৰৰিসৰ আলজেৰি দেসতো লাগিচে, তাতে কেৱল মানুহ ন হই, কুকুৰ, কুকুৰা আদি জন্তুৰ মাজতো লাগি বহু মৰিচে।

আলজেৰি দেসৰ ভিতেৰি জিলাত লাখ লাখ কৰিঙ্গ ওলাই সকলো দেস নষ্ট কৰিচে। তাত নিৰাসি সকলো জাতি লোকে একে লগে গোট খাই বেৰি ধৰি মাৰ ঠাইলৈ খেদি চাৰিও কালে বনত জুই লগাই বহু পুৰি মাৰে, পাচে আন ঠাইলৈ গৈও সেই দৰে কৰি মাৰি মাৰি থাকে।

ফ্ৰাঙ্কিৰ আগৰ ৰজা লুই ফিলিপ ৭৬ বচৰ বয়স হৈ ২৬ আগষ্টত ইঙ্গলণ্ডৰ ক্লেৰ্মন্ত নগৰত ম্ৰিত্যু হল।

শ্ৰীজুত ফ্ৰাঙ্কিচ ওঅৰ্দেন নামে কম্পানিৰ এজন ডিৰেক্তৰ চাহাবে আপোনাৰ বাৰ এৰি দিলত তেঁওৰ সলনি হবলৈ শ্ৰীজুত হেনৰি থোৰি প্ৰিন্সেপ এক্কোআইৰ চাহাবক সেই বাৰ দি ডিৰেক্তৰ পাতি থলে।

স্লেস্বিকৰ সেনাবিলাকে কৌঠৰ পৰা ওলাই দেন্মাৰ্ক সেনাপতিৰ কোঁঠত জুধ ধৰিলে, কিন্তু ৩০০ মানুহৰ হানি হলত বলে নোআৰি হহকি গল।

হেচিয়া দেসৰ অধিকাৰে কানোন মতে ৰাজ্য ন চলোআৰ কাৰনে, প্ৰজাবোৰে দোষ কৰ্ত্তাবিলাকৰ আগত গোচৰ কৰিলে; পাচে দেসাধিকাৰে দোষত খাটি দেসান্তৰ হৈ গল।



ধৰম আৰু বিদ্যা সিকোআ কৰম চলোআ গ্ৰিক দেসৰ কফিয়ডাকি নামে এজন প্ৰধান বিসপা আপোনাৰ ভিৰোতাই সৈতে ৰথত হেৱা খাবলৈ গৈ গধুলি বেলি উলটি ঘৰ পাই

সোমাঁওতেই কোনো দ্রোহিয়া মানুহে থাপ দি তেঁওক গুলিয়াই মাৰিলে; বধ কৰাটো পলাল।

ইঙ্গলণ্ড আৰু ফ্রাঞ্চৰ মাজে দি ডোবৰ নামে সাগৰৰ এটা সুঁতি আছে; তাৰ বহল ২০।২৫ মাইল হৈছে। পানিৰ তলে দি বিদুলি তাক চলাম বুলি ৬ মাহ মান সুম কৰি লোহাৰ গুনা সাগৰৰ তলে ই বামৰ পৰা সি বামলৈ নিবলৈ উপাই কৰিছিল। পাচে সকলো তৈয়াৰি হলত ২৮ আগষ্টত গুনাৰ ই মুৰ ডোবৰ নগৰৰ এটা খুঁটাত লগাই ৰাখি এক ভাপ জাহাজে ফ্রাঞ্চ দেসলৈ সি মুৰ নি লগালেগৈ। সেই গুনা ধানৰ নৰা ডা লৰ সমান ডাঙ্গৰ, তাক লোনা পানিএ জেন নো চোএ, গটাপর্ডসা এঁঠাৰ নলিৰ ভিতৰে দিয়া হৈছে। এঁঠাৰ নলিৰে সৈতে গুনা ১৩৬ মোন গধুৰ হৈছিল। জাহাজৰ মাজত এটা ঘূৰনিয়া বৰ কাঠত মেৰাই থোআ হৈছিল; পাচে জাহাজ জাঁওতে কাঠ ঘূৰাই গুনা সাগৰত পাৰি জোআ হল। গুনা মাটিলৈকে তল কাৰৰ নিমিত্তে তাত ৫৫।৫৫ হাতৰ আঁতৰত ১০ সেৰ মান গধুৰ সিহ একো ডোখৰ লগাই লগাই দিলে। পানি ঠায়ে ঠায়ে ডবাঙ্গ, ঠায়ে ঠায়ে দ, গুনা তলে তলে বেঁকা হৈ থকাত ৩০ মাইল জুৰিলে। মাজ ঠাইত ৯০ হাত দ হৈছে। বাতি পুআ পাৰি দিবলৈ ধৰিলে, ১২ ঘণ্টাই গুনা পাতি পাতি গৈ ফ্রাঞ্চ দেসৰ কেপ গ্রিনি গাঁও গধুলিতে পালেগৈ। তাত বৰ গৰা আছে, গৰাৰ ওপৰে গুনা তুলি লগালত ইলেক্‌ত্রিক জন্ত্র আনি গুনাত বিদুলি ভৰাই দি একে নিমিসতে ইঙ্গলণ্ড দেসলৈকে বাত্রা চলি গল। পাচে ই দেসৰ সি দেসৰ অনেক কথা বাত্রা কৈ কৈ আছিল। কিচু দিনৰ পাচে সেই গৰাৰ সিলত. গুনা ঘঁহনি খাই চিগি গল; এতিয়া তাক তুলি ডগা চিগা বাতি পেলাই সিল ন থকা সন্ন ঠাইত লগাবলৈ উপাই কৰিছে।

মিনৰ্বা নামে এখান ভাপ জাহাজে আগষ্ট ১১ তাৰিখে লিবৰপুল নগৰ এৰি গৈ মেক্‌চিকো দেসৰ ভাল কাঠ বোজাই এখান জাহাজত বাতি খুন্দা খালত কাঠৰ জাহাজ একে বাৰে ভাগি তল গল। তাৰ ১১ জানেৰে মানুহৰ মাজত ৪ জন মাথোন উপস্থি, ভাপ জাহাজৰ সক নাৱে খেদি ধৰাত উঠি ৰখ্যা পৰিল। ভাপ জাহাজৰো আগ কাল ভগাত পানি সোমোআৰ কাৰনে তই পাই ওচৰত বৌমাৰি নগৰলৈ বেগাই গৈ উঠিলগৈ।

শ্রীমতি জেনি লিণ্ড নামে চুইদন দেসৰ এজনি তিৰোতা অতি সুন্দৰ উত্তম গায়ন হোআ দেখি, তেঁও গিত গোআ সুনিবলৈ সকলো মানুহে বৰকৈ খেদি জাই, এবাৰ সুনিবলৈ গাইপতি দুটকা এটকা এই ৰূপে ধন দিএ। আমেৰিকা দেসত গান কৰিবলৈ এজন মানুহে মাতি, দিনে দিনে ২০০০ টকা দিম বুলি কথা বান্ধিলে। পাচে নুয়র্ক নগৰ পালত তাৰ মানুহবিলাকে তেঁও গান কৰা ঘৰত সোমোআৰ বহু চিঠি কিনি লোআত কোনো দিনা কুৰি, ডেৰ কুৰি হেজাৰ ধন উঠে।

কালিফর্নিয়া দেসৰ চানফ্রান্সিস্কো নগৰত আকও জুই লাগি নগৰৰ ত্রিতিয় ভাগ মান পুৰিলে; হানি হল ১,০০,০০,০০০। চোৰে লগোআ জেন জানি তাক কোনোএ জদি ধৰে, তাক ১০,০০০ টকা দিম বুলি জনাইচে। সেই দেসত আগতকৈ বহুত সোন ওলাইচে; সিলৰ এটা পৰ্বত সোনেৰে পুৰ হৈ আছে বুলি কই; হাতুৰি বটালিৰে সিল ফালি ৰূপ সোন মিহলি হৈ থকা দুইকো পাই।

কোনো সম্বাদ পত্রত লিখিছে, বোলে, পৰ্বতৰ কাসত থকা শ্রীজুত মিষ্টৰোৰকনাৱাগেনিকৃদেৰেগনোৰিতুনিগেনন্তুৰ্বেন সাহাবে জথলাৰ পৰা পৰি তাৰ নাম তিনি ডোখৰ হৈ ভাগিল; জুৰি ডোখৰকৈ ভগা হলে জেহে কি জানি আমি মুখে গাব পাৰিলোঁহেঁতেন। ।



Gigantic Tortoise from the Cape of Good Hope presented to the Queen.

## কাচৰ বিবৰন ।

The Tortoise

গাইচৰ নামে ভাপ জাহাজ গুড হোপৰ পৰা ইঙ্গলণ্ডলৈ জাবৰ কালত শ্রীযুত ডক্তৰ গিয়া চাহাবে মহা বানিক ভেঁটি দিবৰ নিমিত্তে এটা বৰ কাচ সেই জাহাজত তুলি দি পঠালে । সেই কাচ আগেয়ে গালিপাগো মাজুলিত ধৰি জাহাজত আনি বচৰ চাৰেক পোহ্ পাল কৰি আচে । তাৰ বয়স ১৮০ বচৰ মান হল । তাৰ দিঘলে প্রাই ৪ হাত, ওখ দু হাত, গধুৰে ৬ মোন । তাৰ ৰখিয়াই পিঠিত উঠি গলে সি অপ্রয়াসে লৈ জাই; ৩।৪ মানুহকো নিব পাৰে । তাৰ আহাৰ ঘাঁহ্, আলু, আৰু লাউ কোমোৰা । জাহাজত জাঁওতে প্রায়ে লাউ কোমোৰাৰে পুহিলে ।

কাচটৰ গাত দুখন চলঙ্গ আচে; পিঠি ফালৰ কুঁজা, বৰ সকত, তাত কিবা পৰিলে একো দুখ নে পাই । বুকৰ চলঙ্গ তাতকৈ অলপ কোমল, চেপেটা, মাটিত চুঁচৰি জাই । সেই দুখন চলঙ্গৰ ভিতৰত মুখ, ভৰি চপাই সুমাই ৰাখে; তাৰ কোনো সত্রুএ ধৰিলে সি মৰা জেন হৈ থাকে, চলঙ্গৰ বাহিৰে একো দেখা নে পাই । তাৰ কাম্রি হাৰেই ওপৰ চলঙ্গ হই; বুকৰ হাৰেই তলৰ চলঙ্গ; বাজ হাৰ ভিজি আৰু নেজৰ কালে নৰাৰ পাৰে মাথোন । তাৰ দাঁত নাই, ধাৰ থকা ঘুৰনিয়া হাৰ দাঁতৰ ঠাইত থাকে । মুৰ কাটিলেও অনেক দিন জিয়াই থাকে; কটা মুৰেৰেও কামুৰিব পাৰে । মাহ্ চাৰেকলৈ একো নে খাই জিব পাৰে, মৰা বৰ টান । কাচ অনেক বিধ আচে; কেতবিলাক মাটিত থাকে, পানিত পেলালে মৰে; কিন্তু প্রায়ে সকলো বিধ বামতো পানিতো থাকিব পাৰে । কোনো কোনো বিধৰ মঙ্গহ্ খাবলৈ ভাল, সাগৰৰবিলাক আটাইতকৈ ডাঙ্গৰ । কনিৰ পৰা ওপজে; একে ঠাইতে একুৰি, বা দু কুৰি একে বাৰে গাঁত খানি পাৰি বালিৰে পুতি জাই; তাৰ একুৰি মান দিনৰ পাচে পোআলি জগি ওলাই আপুনি পানিত পৰেগৈ । মানুহে খোজৰ চিন ধৰি কনি বিচাৰি আনে, কোনো লোকে খাই । সাগৰৰ কলপতিয়া ৰৰনিয়া কাচ আটাইতকৈ ভাল; আমেৰিকাৰ মাজুলিত পাই, মঙ্গহ্ খাবলৈ বৰ সোআদ; ধৰি জাহাজত পঠাই দি অনেক দেসত বেচে । চকৰ থকা এবিধৰ হাৰ বৰ সুঅনি; কনি আদি তাৰ কৰিবৰ নিমিত্তে বৰ দামলৈ বেচে, সেই হাৰ তপতাই স্রমেৰে ঘঁহিলেহে তাৰ সুন্দৰ বৰন ওলাই ।



## ৰামগতিৰ বিবৰন ।

Account of Ramgoti, by Rev. J. C. Page.

ৰা[illegible]গঞ্জ জিলাৰ উত্তৰে পচিমৰে চুকে ৰবিচালৰ পৰা প্ৰায়ে আঢ়ৈ দিনৰ বাট দুৰত মাদ্রা নামেৰে এখন গাঁও আছে; সেই ঠাইতে কঙ্গালি নামেৰে এজনে তিনি ৰচৰ মানৰ আগেয়ে খ্রিষ্টৰ সুভ বাত্রা প্ৰকাস কৰিচিল; তেঁও খ্রিষ্টিয়ান মত লোআৰ আগেএ, এজন বৰ লোক হৈ চণ্ডালৰ এক সমুহৰ মাজত মহন্ত হৈছিল । এই জিলাৰ মাজত ফুৰোঁতে তেঁও যে ৰূপকৈ সুভ বাত্রা প্ৰকাস কৰিচিল, তাত কোনো সংসই নাই; সই সই মানুহে তেঁওৰ কথা সুনিলে, আৰু তেতিয়াই মাদ্রা গাঁৱৰ বহুত মানুহে পৰিয়ালে সৈতে একে মন হৈ জাতি কুল এৰিলে; আৰু অনেকে ত্রান কৰ্ত্তা য়িচুৰ নামত বিশ্বাস কৰি মণ্ডলিৰ ভিতৰ সোমাল ।

সেই বিশ্বাসিবিলাকৰ মাজত ৰামগতি নামে এজন লৰাও আছিল; সি আপোনাক চেনেহৰ পাত্র জেন দেখাবৰ আগেয়ে ঘিন লগা, অকামিলা, কুচিত আকাৰ আছিল । দৰিদ্র হৈ দুখিয়া গিয়াতি কুটুমৰ উপকাৰ কৰা অসমৰ্থ হই; সেই ডেকা মানুহৰ এই ৰূপ অৱস্থা হোআত তাৰ জিৱন কালত সংসাৰিক বিসয়ত বৰ আনন্দ নাই কিচিল, কিয়নো তাৰ বাঁৰি মাক, বাঁৰি ভনিএক, আৰু সেই ভনিএকৰ লৰাবিলাকক প্ৰতিপাল কৰিব লাগে, আৰু আপুনিও ৰুগিয়া আছিল । মণ্ডলিত সোমাবৰ সময়ত মন পালটনৰ ভালকৈ প্ৰমান দিব পাৰিলে নে নোআৰিলে, মই তাক কব নোআৰোঁ; কিন্তু জি সময় মই তাক প্ৰথমে দেখি তাৰ আচাৰ বেৱহাৰৰ কথা বুজিলোঁ, সেই কথা অলপ লিখিম ।

জোআ ভাদ মাহত আন আন গাঁৱত জিবোৰ খ্রিষ্টিয়ান মণ্ডলি আছে, সেই ঠাই আৰু মাদ্রা গাঁৱতো গৈ আমাৰ খ্রিষ্টিয়ান প্ৰতি মণ্ডলিৰ লোকৰ আচাৰ বেৱহাৰ বুজিবৰ নিমিত্তে বিচাৰ কৰিলোঁ । তাতে মোৰ খ্রিষ্টি সেই লৰাত পৰি তাক একলিয়াকৈ নি, তাৰে সৈতে কিচু কথা বাত্রা হলোঁ । আৰু জেতিয়া আমি ইশ্বৰলৈ সেৱা কৰা হৈছিল, তেতিয়া তাৰ সি উপদেসলৈ বৰকৈ মন দি আছিল । সিবিলাকৰ মাজৰ অনেকে সংসাৰিক বিসয়ত বৰ দুখ আৰু কেলেস পাই থকাত, আৰু ভাবনা হোআত, মই এদিন য়োহানৰ ১৪ আধ্যায় ১,২ পদ পঢ়ি, সিবিলাকক কিচু সান্তনা কৰিবৰ মনেৰে কথা কলোঁ । উপদেসৰ পাচে ৰামগতি আমাৰে সৈতে কথা বাত্রা হবলৈ নাৱলৈ আহিলত মই তাৰ দুখৰ কথা সুধিলোঁ; কিয়নো সি বৰ সিৰিত আছিল । সি বুলিলে, জদি য়িচু খ্রিষ্টৰ ইচা হই, তেন্তে মোক ৰক্ষ কৰিব পাৰে; কিন্তু জদি সাস্তিহে দিএ, তেও বিৰক্তি ন হঁও । তাতে মই কলোঁ, এই ৰোগতে তোমাৰ মৰন হব পাৰে, ইয়াকে মই ভাবিচোঁ; পাচে সুধিলোঁ, জি কথাৰে ইয়াত সান্তনা পাব পাৰা, তুমি ধৰম সাস্ত্ৰৰ এনে কোনো বাক্য জানা নে? পাচে তাৰ চকুৰ লো বৈ থাকি বুলিলে, তোমোলাকে মনত দুখ ন কৰিবা; মোৰ পিত্রিৰ ঘৰত অনেক থকা ঠাই আছে । সি কোনো ইকুলত উত্তৰ দিবলৈ সিকিচিল, এনে ন হই; পৱিত্র আত্মাৰ অনুগ্ৰহত তাৰ মনত জি কথা পৰিল, তাৰ বাহিৰে আন সকলো কথাত অগিয়ানি আছিল । আহিন মাহত মই জেতিয়া ঘৰলৈ উভতি আহিলোঁ, তেতিয়া তাকো ৰক্ষ কৰিবৰ নিমিত্তে লগত ললোঁ; আৰু তেতিয়াৰে পৰা তেৰ মাহলৈকে সি মোৰ চকুৰ আগত আছিল; তাতে সি এজন ৰূপ খ্রিষ্টিয়ান হই, ইয়াৰ নিচই প্ৰমান পালোঁ । সেই ডেকা মানুহ দুভিয়া, নাইবা এলেহুআ, নাইবা চেল চেলিয়া, তেনে ন হই; সকলো খ্রিষ্টিয়ানে তাক বৰ প্ৰিতি কৰে, আৰু কোনো কালে কেৰে দুষ্টালি কথা কৱৰ, বা কোনো বেয়া কৰম কৰিবৰ দেখা নাই ।

ই. ছ. ৰ.

*To be continued.*

## পুৰনি অসম বুৰঞ্জি ।

Assamese History.—No. 4.

এঁওৰে পুত্ৰ ত্যাওনুং চুতেওফা ৰজা হল, ১২৬৪ (১১৯০) শঁকত । এঁৱে ভোগ কৰিলে ১৬ বচৰ । ১২৭৭ শঁকত এঁওৰে পুত্ৰ চুবিনফা ৰজা হল; লাক্নি মুংমাও (৪৫) শঁকত হৰাল, এঁৱে ভোগ কৰিলে ১২ বচৰ । এঁওৰে পুত্ৰ ত্যাওনুংতাও চুখাংফা ৰজা হল, ১২৮৯ শঁকত । পাচে আমাৰ ৰজা দেৱেৰে কমতেশ্বৰেৰে জুধ বিস্তৰ হল, তাৰো আমাৰো বিস্তৰ সেনা পৰিল । পাচে কমতেশ্বৰে জুধে বলে নোআৰি আমাৰ ঠাইলৈ প্ৰিতিক দৰ্শাই লচ্কৰ এটাক পঠালে । লচ্কৰে আহি কলেহি, তোমাৰ আমাৰ বন্দন গোট কোনো বচৰ কোনো মাহ্ জুধ গুচা নাই, অনৈক লোক জন খই; এতেকে লোক জনক ৰখ্যা কঁৰি প্ৰিতিতে ৰহক, আমিও প্ৰিতিতে ৰহোঁ; ৰাজনি নামে মোৰ জনিটি আছে, তাকে স্বৰ্গি ৰজালৈ দিচোঁ । কি বোলে! এই কথা সুনি চুখাংফা ৰজা দেৱে ভাল মানুহ পঠাই কুঁঅৰিকৈ আনিব দিলে । পাচে কমতেশ্বৰে কন্যা দি পঠালে, তাৰে পৰা প্ৰিতি হল । লাক্নি ৰাইচিঙ্গা (২৪) শঁকত তাওনুং চুখাংফা ৰজা হৰাল । ৰাজ ভোগ কৰিলে ৩৮ বচৰ ।

১৩২৬ শঁকত তাৰে পুত্ৰ ত্যাওনুংত্যাও চুথ্ৰামফাৱে ৰজা কমতেশ্বৰৰ জিয়ৰি ৰাজনি কুঁঅৰিৰ পুত্ৰ ত্যাপুলাইক চাৰিঙ্গ ৰজা পাতিলে । পাচে থাওমুংলুং তিফুখিনে ত্যাপুলাইৰ ঠাইলৈ কথা দি গল; পাচে ত্যাপুলাই, থাওমুংতামেও, এই দুয়ে বঙ্গাললৈ ভটিয়াই গল; পাচে বঙ্গাল উজাই আহিল । ত্যাপুলাই থাওমুংতামেও বঙ্গালৰ লগতে আহিল, আঠাগাঁও বানকাঙ্গত ৰহিলহি । পাচে স্নাৰ পৰা আহি নামতাঙ্গ চাৰিঙ্গত কোঁঠ বান্ধি ৰহিলহি । পাচে এই কথা ত্যাও চুথ্ৰাম ৰজা দেৱে সুনি মানুহ পঠাই সুধিব দিলে, বোলে, মই জে নে জানোঁ, কমতেশ্বৰে নো কি কথা ৰাজ্ৰাৰে চাৰিঙ্গ মামতাঙ্গলৈ আহিচে? আৰু ত্যাও চুথ্ৰাম মহা ৰজাই বোলে, মই সুনিচোঁ, তিফুখিন ত্যাপুলাই, সেই দুই সেই ঠাইতে আচে; সেই দুইক আমাৰ ঠাইলৈ পঠাই দিওক । পাচে ত্যাপুলায়ে এই কথা সুনি বোলে, মই জুধকো ন কৰোঁ, জাৰলৈ ঘৰলৈকো নে জাঁও; গলে মোক অৱস্যে মাৰিব । পাচে ৰজা দেৱে এই কথা সুনি থাওমুং তিফুখিনক ধৰি আনি মাৰিলে; কমতেশ্বৰো আপোনাৰ ৰাজ্যলৈ গল । লাক্নি প্লেকঙ্গি (৫৬) শঁকত ত্যাওনুংত্যাও চুথ্ৰামফা মৰিল; ভোগ কৰিলে ৩২ বচৰ

আত পাচে ৰজা নাই কিয়াকৈ পাঁচ বচৰ ডাঙ্গৰিয়া সকলে ৰাজ্য প্ৰতিপাল কৰিচিলে । পাচে ডাঙ্গৰিয়া সকলে আলচ কৰি লাহনজিং গাঁৱৰ পৰা চুতুফাক আনি ৰজা পাতিলে । ১৩৪৩ (১২৮৫) শঁকত চুতুফাক আনি ৰজা পাতিলে, চম্পাগুৰি নগৰত থলে । পাচে চুতুফা মহা ৰজা দেৱে চুটিয়া ৰজাই নৈতে সাজি সখি ৰক্ষাই, কতো দিন অন্তৰে এক দিনা প্ৰতি নাও খেলাই, ৰঙ্গ কৰোঁ বুলি চুটিয়া ৰজাই চকুৰি চাকুাই নৈৰ পৰা নাৱত তুলি ধৰি নিলে । পাচে চুতুফাক নিহৌহল কৰি পঞ্চত্ত্বক কৰালে । লাক্নি খুতঙ্গি (৮) শঁকত চুতুফা ৰজা দেও মৰিল, এঁৱে ভোগ কৰিলে ১২ বচৰ ।

এঁওৰে পাচত ১৩৫৬ (১৩০১) শঁকত ত্যাও খামথি ৰজা হল । পাচে সমস্তো লোকে আলচ কৰি খুন কৰি, লাক্নি কামাও (২১) শঁকত, ত্যাও খামথি ৰজাক মাৰিলে । এঁৱে ভোগ কৰিলে ১০ বচৰ । ৰজা নাই কিয়াকৈ ন বচৰ আচিলে, ডাঙ্গৰিয়া সকলে ৰাজ চৰ্চাকৈ আচিলে ।

১৩৬৩ শঁকত থাওখুনচেঙ্গ বুলি বৰ আহোমৰ লৰা এটা লুইত সিপাৰে গৰু কিনিবলৈ গৈ, চুতাঙ্গ কুমৰক দেখি গৰু কিনি উলটি আহি, ডাঙ্গৰিয়া সকলত জনালেহি । ডাঙ্গৰিয়া সকলে আলচ কৰি চুতাঙ্গক অনাই চিনি পাই, আমাৰ ৰজাৰ গোষ্ঠি হেন জানি ৰজা পাতি ললে; লাক্নি কংকেও (২৯)

সঁকত. হিন্দু মতে সঁক ১৩৭৫ (১৩১৯)। পাচে চুতাঙ্গ ৰজা দেৱে ধলা নদিএ উজাই আহি, চৰগুআত নগৰ কৰি থাকিল। পাচে সেই দিনতে ভাই তিপামে দ্রোহ কৰিলে, আৰু তাই ৰঙ্গচেঙ্গে পলাই গৈ, নৰা ৰজা চুকংফাত অমালেগৈ। পাচে ন:ন্খিলিপৰ জিএক তাই তিপামৰ ঘৈনিএক আহি চুতাঙ্গকা ৰজা দেৱত জনালেহি, বোলে, ভাই তিপামে আলচ কৰিচে তোমাক ধৰিবলৈ। চুতাঙ্গকা ৰজা দেৱে এই কথা সুনি, মহ গৰু মাৰি পোহোঁ বুলি, ভাই তিপামৰ ভাল ভাল মানুহ ধৰি মাৰিলে, কোনোবোৰ কাটি তিপামৰ ৰৱ সিলত মুণ্ড মালা বান্ধি থলে। আৰু খুনতাইৰ জিয়ৰি লাঙ্গচেঙ্গ নামে কুঁঅৰি এজনা চুতাঙ্গফা ৰজা দেৱত পৰিলে। এক দিনা ৰজা দেৱে মেল পাতি ভাত খাঁওতে, লাঙ্গচেঙ্গ কুঁঅৰিএ তাবুলাইৰ মুখলৈ চাইচিলে; পাচে তাবুলায়ে লিগিৰিৰ হাতত লাঙ্গচেঙ্গ কুঁঅৰিলৈ বাখৰ পতা আঙ্গঠি এটা দি পঠালে; এই কথা লোকে দেখি ৰজা দেৱত জনালে। এই কথা ৰজা দেৱে সুনি, তাবুলাইক চৌধাম কৰি সোধাই দণ্ড ন কৰি পেটুতে থাকিল। পাচে সংসই কৰি তাবুলায়ে, ভাই তিপামে, তামাৰাৱে, এই তিনিএ দ্রোহ কৰি নৰা ৰাজ্যলৈ পলাই গৈ, সকলো কথা চুকঙ্গফা ৰজাত কলেগৈ। পাচে নৰা ৰজাই এই কথা সুনি, তক্ষেপ্লাওক লগত মানুহ দি ৰাজ্য লবলৈ পঠাই দিলে। তাবুলাই, ভাই তিপাম, তামাৰাও, এই তিনিও আহি, তিপামৰ কুঁহিয়াৰ বাৰিত নৰাই সৈতে ৰলহি। পাচে ত্যাওফা বুৰা ৰজা দেৱে এই কথা সুনি, লাউৰি হাতিত উঠি খেদি গৈ, তিপামৰ কুঁহিয়াৰ বাৰিত জুধ ধৰিলেগৈ। থাওমুঙ্গে ত্যাত্যানবিনে ঘোঁৰাত উঠি গৈচিল, ৰজা দেৱৰ গাত অলপ মান ঘা লাগিল। তক্ষেপ্লাৱে জুধে নোআৰি আপোনাৰ দেসলৈ গুচি গল। তাবুলাই, ভাই তিপাম, তামাৰাও, এই তিনিএ নৰাৰ লগ এৰি ভটিয়াই কমতেশ্বৰ ৰজাৰ লগ ললেগৈ। পাচে ৰাজনি কুঁঅৰিএ এই কথা সুনি, কমতেশ্বৰলৈ বুলি পঠালে, বোলে, পূৰ্ব্বত দুয়ো দলৰ দন্দ কন্দল হিংসা সৰ্ব্বদায়ে আচিল। জেখন মোক দিলে, তাৰে পৰা অনেক দিন কন্দল নাই, দুয়ো ৰাজ্য ভালে কৈন্যানে আচিলে। পাচে কপাই লক্ষক পঠালে, বোলে, তই জা, ককাইৰ আগত মোৰ কথা কহিগৈ মই জে মাকৰ ঘৰতে আচোঁ, এখন কন্দল কৰিবলৈ ভাল ন হই; আৰু পূৰ্ব্বতো মোক দিচে, এতিয়াবো জিয়ৰি এটি দিয়ক, অন্যোন্য দিনলৈকে প্রিতি ৰহোক। পাচে চুতাঙ্গফা ৰজা দেৱে ৰাজনি কুঁঅৰিৰ এই বচন সুনি, ত্যাত্যানবিনক পঠালে, বোলে, কমতেশ্বৰে জে ৰঙ্গালক জুজিবলৈ সৈন্য খুজি আহিচে, তই জাত্ম কৰগৈ, আৰু জদি কন্যা দিএ, তয়ে লৈ আহিবি। পাচে ত্যাত্যানবিনে গৈ এই কথা কমতেশ্বৰত কলেগৈ; কমতেশ্বৰেও সকলোৱে আলচ কৰি, জিএক ৰাজনি কুঁঅৰি পাতি দি পঠালে। কমতেশ্বৰ বাপেক পুথায়কৰ নাও, ৰাজনি কুঁঅৰিৰ বাপেকৰ নাম চেথঙ্গ; ভাজনি কুঁঅৰিৰ বাপেকৰ নাম মানিক; কন্যাৰ লগত দিয়া জৌতকৰ লেখা, দঁতাল হাতি এটা, মাথুন্দি হাতি এজনি, কপৰ জিম বন্ধা ঘোঁৰা এটা, ই ঘোঁৰা ১২ টা, বেটি ২০ জনি, মানুহ ৪৭ ঘৰ, সোন কপ অনেক, জোআঁহি, কাপৰ মহ, গৰু, অনেক ধনি দিলে।

☞ এই বুৰঞ্জিত জি সঁক অসুধ হোআ দেখিচোঁ, তাৰ পাচত ( ) এনে আঁকেৰে সুধ সঁক সুমুআই লিখোঁ।





## সোনৰ কনি পৰা হাঁহৰ পটন্তৰ ।

The Farmer and his Goose.

এগৰাক্কি গিৰ্ইস্থি মানুহে ৰাজ হাঁহ এটা পুহিছিল । সেই হাঁহৰ বৰন বগা, ডেউকা সকত, ফান্দ চুটি, ঠেঙ্গ পতা থকা হালধিয়া, ঠোঁটো হালধিয়া । এনেকুআ দেখিবলৈ ভাল হাঁহক, তাৰ পৰা উপকাৰ পাম বুলি, গিৰিহতে নিতৌ ধান পানি ভাত সামুক খুআই দিনত হলে পানিত নমাই দি গা ধুআই চৰাই, গধুলি চপাই আনি ৰাতি ভাল ঠাইৰ গঁৰালৰ ভিতৰত থই; পুআ হলে উলিয়াই ৰাজত সজাৰ তলত ৰাখে । পাচে চৰাই এই ৰুপে আল্কিকেৰে ৰখাত ক্রমে সেই হাঁহ ডাঙ্গৰ হৈ, গিৰিহতে পাবলৈ নিতৌ নিতৌ সোনৰ কনি এটা এটা ৰাতি পাৰি দিএ; পুআ হলে সেই কনি গিৰিহতে পাই সুমাই থই । এই ৰুপে অনেক দিন সোনৰ কনি পোআত সি ভাবিলে, এই হাঁহৰ পেটত অনেক অনেক সোনৰ কনি আচে, ইয়াক মাৰি পেট ফালিলে একে বেলিএ সবহকৈ সোনৰ কনি পাম; এই ৰুপে কুবুধি হৈ সেই সুন্দৰ হাঁহ মাৰি তাৰ পেট বখলিয়াই চাই, সোনৰ কনি এটাও নে পালে, অকল নাৰি ভুঁৰ পালে, হাঁহ মাথোন মৰিল, আগলৈ নিতৌ এটাকৈও কনি নো পোআ হল ।

এয়েৰে জি মানুহে একে বেলিতে সবহকৈ ধন পাবৰ ইচা কৰি অনিয়াই ৰুপে ধনৰ থলত দুখ দিএ, সি নিচৈ ধন নে পাই, আগলৈ অলপকৈ ধন পাবলৈকো আসা গুচে, ধনৰ থল মাথোন নষ্ট হই । জি মানুহে অলপ অলপকৈ অনেক দিনলৈ ধন পাম বুলি, ক্রমে ক্রমে নিয়ায়েৰে থলত দুখ নিদিয়াকৈ ধন লই, সি ক্রমে অনেক ধন পাই, আৰু আগলৈ পাবলৈকো থল থাকে ।

---

ৰঙ্গপুৰ নগৰৰ ভিতৰত সোন আদি পাবলৈ মাটি খানি, জি এটা পিতলৰ সিংহ কোনো হিংসাসনৰ তলত লাগি আচিল, তাক পাই এজন মানুহে আমাৰ হাতত দিচে; তাৰ নক্চা এই ।



Bronze Lion dug up at Rongpur.

সেই নগৰৰ তলাতল ঘৰৰ ওচৰত দুই তিনি বচৰৰ পৰা গাঁৱলিয়াবিলাকে কিবা পাবৰ এসাত এতিয়ালৈকে খানি আচে; মাজে মাজে কেতিয়াবা অলপ পাই, কিন্তু প্রায়ে সুদা সুম মাথোন কৰি থাকে । ॥

---

**THE ORUNODOI,**

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.*

# অৰুনোদই সম্বাদ পত্ৰ।

পঞ্চম চোআ। মোং সিৱসাগৰ, ডিচেম্বৰ, ১৮৫০ খ্রিং অং সংক। নম্বৰ ১২।

VOL. V. SIBSAGOR, ASAM, DECEMBER, 1850. NO. 12.


## অনেক দেসৰ সম্বাদ।

General Intelligence.

আঙ্গামি নগাই সেই বেলা ভোগচন্দ দাৰোগাক মাৰিবৰ কাৰনে গত নবেম্বৰ মাহত স্ত্ৰীজুত মেজৰ ফকেট চাহাব আদি অনেক সেনা সেনাপতিএ সিইঁতৰ কোঁঠ লবলৈ গোলাঘাটত গোট খাই ডিমাপুৰে দি পৰ্ব্বতলৈ গৈচিল; স্ত্ৰীজুত কমিস্যনৰ বৰ চাহাবো পাচত গৈচে। এতিয়া বাত্ৰা আহিচে, সেনাবিলাকে খানামা গাঁৱৰ কোঁঠ পাই, ১০। ১১ ডিচেম্বৰ তাৰিখে বৰ তোপেৰে গুলিয়াই গুলিয়াই জুধ কৰি সেসত কোঁঠ ললে। সেই কোঁঠ খিয় গৰা পৰ্ব্বতৰ ওপৰত আচিল, জুধ কৰিবলৈ দুৰ্গম; সিইঁতৰ লগত মনিপুৰিয়া কেতবিলাক থাকি হিলৈৰে গুলিয়াইচিল; পৰাজই নৌ হওতে চিপাহি দুটা গুলিয়াই মাৰিলে, ২৮ টা খুন কৰিলে।

ডিমাপুৰৰ ওচৰত দুটা কুলিএ সৈতে এটা টেকেলাই ডাক লৈ জাঁওতে পাঁচোটা নগাই ভেঁটি ধৰি এটা কুলিক মাৰি মুৰ কাটিলে, সিটো কুলি পলাই আহিল, টেকেলাৰ একো বাত্ৰা নোলাল।

আমাৰ পণ্ডিত স্ত্ৰী খেটকেৰে এই কথা লিখি পঠাইচে, জোৰহাটৰ ওচৰৰ পথাৰত মৰা আৰু মাখুন্দি হাতি কেতবিলাকে আহি ধান খাই মানুহৰ বাৰি সোমাই কলা চোআ গচ আদি কৰি ভাঙ্গি খাই, জুই দেখালেও নে জাই, খেদিবলৈ জোআ মানুহকো মাৰিব খোজে। এই বাৰৰ দৰে ইয়াত বনৰিয়া হাতিৰ অপদ্ৰুও কেতিয়াও হোআ নাই। আন্দাজে পথাৰৰ ধান চুকালে মানুহৰ ঘৰ ভাঙ্গি ভঁৰালৰ ধানকে খাব। খেতিয়কবোৰ মানুহৰ বৰ প্ৰমাদ হৈচে; এই জাৰত ৰাতি পথাৰত ধান ৰাখি থাকে।

বালি গাঁও মৌজাত বনৰিয়া গাহৰিএ পথাৰৰ ধানত চলে চলে পৰি ধান খাই খচি, অনেক ধান নষ্ট কৰিচে, আৰু ভঁৰালো ভাঙ্গি অনেক মানুহৰ ধান খাইচে; প্ৰাই মানুহে ৰাতি ধান ৰাখি পথাৰতেহে থাকে। জি এলেহুআ মানুহে ধান ৰখা স্ৰুম মানি ঘৰত আচে, তাৰ আটাইবোৰ ধান নষ্ট হৈচে।

উজাঁন দেস চাবৰ মনে চন্দ্ৰকান্ত সিংহ মহা ৰজাৰ পুত্ৰ স্ত্ৰী স্ত্ৰী হেমকান্ত সিংহ জুৱ ৰাজে গত নবেম্বৰ মাহত গুআহাটিৰ পৰা উজাই আহি জোৰহাট পালেহি, কিচু দিন জোৰহাটত থাকি ৰচাত খাত চাবলৈ গৈচে।

এই বাৰ মালৌ পথাৰৰ খুঁটিৰ মহবোৰ অনেক মৰিচে, পোআলি প্ৰাই উঠাই নাই। গাখিৰৰ এই বাৰৰ দৰে জোৰহাটত আটক কেতিয়াও হোআ নাই।

ডিচেম্বৰ ৬ তাৰিখে হিন্দুস্থান দেসৰ প্ৰধান সেনাপতি বাবে চেৰ উলিয়ম গম চাহাবে জাহাজত আহি কলিকতা নগৰ পালেহি।

কলিকতা নগৰত কাইট নামে এজন চাহাবে বলুন জন্ত্ৰ সাজি ৫ নবেম্বৰ তাৰিখত ৰাজা বৈদ্যনাথ ৰাইৰ বাৰিৰ পৰা ৯ বজাৰ সময়ত আকাসলৈ উঠি গল। পাচে ১০ বজা মানত দমদম নগৰৰ মানুহে তেঁওক ওপৰে উৰি



জোখা দেখিলে। অতি ওখলৈ উঠিলত বৰ জাৰ পাইচিল, তাতে বৰ চোলা পিন্ধিলে; কুঁঅলি সৰহ হোআত প্ৰিথিবিক নে দেখিলে। পাচে বায়ুএ সি ফাললৈ ঘুৰাই নিয়াত ১২ বজাত বৰ পানি এডোখৰ দেখি, তালৈ গৈ সাগৰত পৰিম বুলি ভই কৰি নামিবৰ নিমিত্তে বলুনৰ বায়ু উলিয়াবলৈ তাৰ মুআৰৰ ৰচি টনাত সি চিগিল; পাচে হাতত জি এডাল জাঠি আচিল, তাৰে বলুন বিন্ধি দিয়াত প্ৰিথিবিৰ ওচৰলৈ নামিল। পাচে পথাৰৰ ধান আদি গচৰ ওপৰে উৰি গৈ এঘণ্টা মানৰ মুৰত কোনো গাঁও দেখিলে, তাতে ৰৰলৈ ল'ংগৰ পেলাই দিলত সি মাটিত ধৰিলে। পাচে গাঁৱলিয়াই দেখিবলৈ আহিলত ৰচি ধৰি বলুন নমাই বান্ধিবলৈ সিইতত কলে; কিন্তু ২৫ কপ ৰকচিচ নি দিলে আমি ন ধৰোঁ, ইয়াকে বোলাত চাহাবে তাকে দিলে। পাচে সিইতে বলুনৰ মুগাৰ কাপৰ কাটি নিবলৈ ধৰিলে; চাহাবে সিইতক মৰিয়াই বৰ সুমেৰে জন্তু বান্ধিলে। তাৰ পৰা বামে দি ৬ ডাঁৰ মানৰ বাট গৈ ৰাবেচত নগৰৰ স্ৰি ৰাধাৰলভ বিস্বাস নামে এজন বাবুৰ ঘৰ পাই তাতে সোমাই ৰাত্তি থাকিল। সেই বলুন ৩০ হাত ওখ, বেৰে ৫০ হাত; ৭ মোন গধুৰ বস্তু দাঙ্গি লিব পাৰে।

তাৰ পাচে নৱেম্বৰৰ ২৫ তাৰিখে সেই কাইট চাহাবে আকও উঠিম বুলি জনালত মানুহে গোট খাই ৫ টকা ৫ টকাকৈ ধন দি চাবলৈ বাৰিত সোমাল। ৯ বজাত এটা সক কুকুৰ লৈ উঠি লেজু কাটি বৰ বেগেৰে উৰি গল। ক্ৰমেৰে গৈ গৈ বৰ ওখ হলত তাৰ বলুন অকস্মিতে ফাটি ভিতৰৰ বায়ু আটাই-খিনি ওলাল; তাৰ চাৰিও ফালে ধুঁআৰ নিচিনা মেঘ জেন তলৰ মানুহে দেখিলে; আৰু বলুন গধুৰ হোআত বৰ বেগেৰে তললৈ পৰি টলঙ্গ ভলঙ্গ কৰিব ধৰিলে। চাহাবে ৰচিত ধৰকৈ ধৰি থাকি তাৰে সৈতে নামি আহিল, কিন্তু বেগ হোআৰ কাৰনে মাটিত পৰোঁতে বৰ খুন্দা খাই মৰাৰ নিচিনা হল: দিন চাৰেকলৈ বিগিয়ান হৈ আচিল। লোকে তুলি দমদম নগৰলৈ নি ডক্তৰ চাহাবৰ হাতত দিলে। এতিয়া ৰখ্যা পাই আকও উঠিম বুলি উত্তাৰল হৈচে, কিন্তু কলিকতাৰ মানুহে জোগ্যানুসাৰে ধন নি দিয়াত ইয়াত মুঠি আন ঠাইত উঠিম বুলি কৈচে।

গেল নামে জি এজন চাহাবে বলুনত উঠি উঠি আচিল, তেঁও সেসত ফাঞ্চ দেসলৈ গৈ, পৈভেৰন চাহাবৰ দৰে ঘোঁৰাই সৈতে উঠিল। পাচে নামিলত ঘোঁৰা লোলোকাই দিয়াত বলুন পাতল হৈ আকও উৰি গল; তেতিয়া চাহাবে লেবুৰে সৈতে ধৰি আচিল; কিচু কাল এই ৰূপে ধৰি থাকি বৰ লোঅৰাত হাত এৰি দিলত তললৈ মাটিত পৰি মৰিল। এনেকৈ মানুহ মাজে মাজে মৰি থকাতো আন মানুহে উঠি উঠি থাকে।

আৰু ফ্ৰাঞ্চ দেসৰ পৈভেৰন চাহাবে অনেক জন্তুএ সৈতে বলুনত উঠিচে; এদিন

ঘোঁৰাত, এদিন উট চৰাইৰ পিঠিত উঠি গল। পাচে তিনি জনি চোআলি ধনৰ এসা দেখাই কাপৰ পিন্ধাই তেউকাৰ নিচিনা পাখি লগাই দিঘলু লেজুৰে বলুনত লগাই ওপৰলৈ ৰাজি উৰাই নিলে। পাচে ওখ হোআত তলৰ মানুহে লেজু নে দেখি সুন্যত চোআলি উৰি ফুৰা জেন দেখে। এনে অনুচিত তামচা দেখিবলৈ অগিয়ানি লোকে খেদি জাই; তাত বৰ বল পাই।

আগষ্ট মাহৰ ৪ তাৰিখে দেও ৰাৰে ইঙ্গলণ্ড দেসৰ মেনাই সুঁতিৰ ওপৰত ন ৰলঙ্গ চাবলৈ কেতবিলাক সংসাৰিক লোকে এখন সৰু জাহাজ পাই ১২। ১৩ মাইল গলত জাহাজৰ জোৰা মুকলি হোআত বৰকৈ পানি সোমাল। তাতে আটাইবিলাকে পানি সিঁচিবলৈ ধৰিলে, আৰু ভয়ত লিবৰপুল নগৰৰ ফাললৈ উভতি জাবলৈ ঘুৰালে; কিন্তু পানি সৰহ হলত আৰু জাব নোআৰি ৰামলৈ পোনাই দিয়াত মাটিত লাগি ভাগি অলপতে ডোখৰ ডোখৰ হল। মানুহ প্ৰায়ে আটাই কেইটাই ৰাম পালে, দুটা মাথোন পানিত মৰিল।

বস্তন নগৰত ওএবষ্টৰ নামে এজন ডক্তৰ চাহাবে বৰ বিদ্যালয়ত অনেক বচৰ সিখ্যক হৈ আচিল। জোআ বচৰত এজন লোকৰ ধৰুআ হৈ ধাৰ সুজিব নোআৰিলে, আৰু ধনৰ গৰাকিএ তাক খোজাত বৰ লাজ আৰু খঙ্গ হৈ তাক মাৰিবৰ মনেৰে ধন দিম বুলি আপোনাৰ ঠাইলৈ মাতি অকস্মিতে ধৰি মৰিয়াই মাৰিলে। পাচে গাঁৰি ডোখৰ লুকাবৰ নিমিত্তে তাক ডোখৰ ডোখৰকৈ কাটি কেতখনি জুইৰে পুৰি, কেতখনি চন্দুকত ভৰাই আৰু পানিত পেলাই দিচিলে; কিন্তু অলপ দিনৰ পাচে লোকে তাৰ কিচু গম পাই বিচাৰি স ডোখৰ চাৰেক পালে। পাচে দোধ কৰ্ত্তাই ধৰি দোধ কৰি দেসত তাৰ দোসৰ প্ৰমান পাই মিত্ৰ্যু দণ্ডৰ আগ্যা দিলে। সেই আগ্যাৰে ৩ চেপ্তেম্বৰত তাক কাঁচি দিয়া হল।

## দিঘল সিঙ্গ থকা পহুৰ বিৱৰণ।

The Stag and the Hunters.

কোনো এদিনত এটা দিঘল সিঙ্গিয়া হৰিনা পহু পিয়াহেৰে আতুৰ হৈ এখান বিলৰ গৈ পানি খালে। পাচে জলতে আপোনাৰ ঠেঙ্গ ভৰি সৰু দেখি অসন্তোস কৰিলে; কিন্তু সিঙ্গ তাঙ্গৰ হোআৰ কাৰনে আনন্দে আচিল। ইতি মধ্যে পহু মৰিয়াবিলাক আহি সেই ঠাই পাঁওতেই হৰিনা পলাই আঁতৰি গল, তাতে পহু মৰিয়া সকলে তাক বধ কৰিব নোআৰিলে। পাচে জেতিয়া সি পৰ্বতলৈ গৈ ডাঠ হাবিৰ মাজত সোমাল, তেতিয়া গচৰ ঠাল আৰু লতাতে দিঘল সিঙ্গ লাগি বন্দি হোআতে পহু মৰিয়াইতে সেই ঠাইতে গৈ তাক মাৰি পেলালে। হৰিনা মৰন কালতে অসন্তোস কৰি বুলিলে, হাই হাই, মই জি ঠেঙ্গ ভৰিকে অনাস্তিক কৰিচিলোঁ, সেয়ে মোক ৰাখিলে, কিন্তু জি সিঙ্গক ভাৰসা কৰি আচিলোঁ, সিএ মোক বধ কৰালে।

ইয়াৰ অৰ্থ এই, বস্তুৰ সুন্দৰলৈ নে চাই, তাৰ গুনলৈ চাই, তাৰ মুল্যৰ বিচাৰ কৰা উচিত। ম.



ইঙ্গলণ্ডত মাটিৰ পৰা খানি উলিওআ পুৰনি পাত্ৰ।



## সমুদ্রৰ সাপ ওলোআৰ কথা।

**The Sea Serpent.**

আয়ৰলণ্ড দেসৰ ওচৰত থকা সাগৰত অনেক মানুহে এটা বৰ সাপ দেখা পালে। ত্রাবর্চ নামে এক চাহাবে ৩ চেপ্তেম্বৰত সেই সাপ দেখি তাৰ কথা লিখি সমাচাৰ পত্রত চাপিবলৈ পঠালে। সেই দিনত ত্রাবর্চ চাহাবে নাৱত সেই সাপ বিচাৰি গৈ দেখা পোআ সময়ত সি কুঁচিয়া আদি সাগৰৰ সৰু সৰু মাচ ধৰি খাই আচিল; আন্দাজে ১০০ হাত দিঘল, মেৰে ১৪ হাত মান হৈচিল। সিইঁতে নাৱেৰে চাপি গৈ একে বেলিএ চাৰি হিলৈৰে সৈতে তাৰ চকুত গুলিয়ালে, তাতে সি দুখ পোআ হৈ তললৈ মুৰ কৰি পানিত সোমাই গৈ আৰু নে দেখা হল। পাচৰ সোম বাৰত কিঞ্জেল নামে এক ঠাইৰ ওচৰত কোনো লোকে আকও সেই সমুদ্ৰৰ সাপ দেখিলে। তেতিয়া সি সৰু মাচ খাই আচিল; কিন্তু সিইঁতে তাক দেখিবৰ অলপৰ পাচে সি বৰ বেগেৰে পানিৰ্ ওপৰে চলি গৈ নে দেখা হল। তাৰ বেগুৰ দিঘল, ক্ৰোঙ্গা, আৰু পাক চাৰেক মেৰ খাই আচিল।

এনে সমুদ্ৰৰ সাপ অনেক বেলি অনেক ঠাইত দেখা গৈচে। নৰোৱেই দেসৰ মানুহে তাক ক্ৰাকিন বোলে; ইয়াক দেখা সাখি অনেক আচে। ১৭৪৬ সঁকৰ আগষ্ট মাহত ফেৰি নামে এজন জাহাজৰ কাপ্তানে নাৱৰিয়াবিলাকৰ মাজত হুৱা মুৰা সুনি কাৰন সোধাত সমুদ্ৰৰ সাপ আগত আচে বুলি কলে। পাচে ওচৰলৈ আহি কাপ্তানে হিলৈৰে গুলিয়ালত সি একে বাৰে তললৈ গল। তাৰ মুৰ প্ৰায়ে ঘোঁৰাৰ নিচিনা; কোআৰি কলা, বৰ ডাঙ্গৰ; তাৰ দিঙ্গিত ঘোঁৰাৰ দৰে দিঘল বগা নোম; চকু ডাঙ্গৰ আৰু কলা হৈচিল।

গ্রিনলণ্ড দেসলৈ জোআ এগেদি নামে এজন মিস্যনেৰি চাহাবে এই ৰুপে লিখিচে, ১৭৩৪ সঁকৰ ৬ জুলাই তাৰিখত অতি ভয়ঙ্কৰ জন্তু এটাই দেখা দি আমাৰ জাহাজৰ মস্তুলৰ সমান ওখকৈ আপোনাৰ মুৰ তুলি তিমি মাচৰ দৰে নিস্বাসত বৰ ধাৰে পানি সিঁচি দিলে। তাৰ মুখ নেউলৰ দৰে জোঙ্গা, হাঁহৰ পতাৰ নিচিনা দুটা হাত আচিল; নেগুৰ সাপৰ দৰে। এই জন্তুৰ চকু ৰঙ্গা; সি জাহাজৰ সমান দিঘল। ওপৰৰ লিখা সমুদ্ৰৰ সাপতকৈ সি প্ৰিথক এবিধ।

১৮০৮ সঁকৰ জুন মাহত স্কটলণ্ড দেসৰ ওচৰৰ কল নামে এটা মাজুলিৰ দাঁতিত মাক্লিন নামেৰে পাদুৰি চাহাব এজন নাৱত জাঁওতে কিচু দুৰৈত সিলৰ নিচিনা কিবা কলা বৰনিয়া বস্তু দেখিলে, কিন্তু সেই ঠাইত আগেএ সিল নাই কয়া দেখি বিস্মই মানিলে। অলপৰ পাচে চাই থাকোঁতে সেই কলা বস্তু পানিৰ ওপৰে উঠিল, তাতে বৰ সৰ্পৰ মুৰ জেন বুজিলে, তাৰ চকুঊ দেখিলে। তেতিয়া বৰ ভই পাই নাৱেৰে বামলৈ বেগাই জাবলৈ ধৰাত সাপে পানিৰ তললৈ মুৰ নমাই বৰ বেগেৰে খেদিলে; সিবিলাকে বামলৈ জাপ মাৰি উঠিবৰ পাচে সাপো আহি ভৰাজ পানি পাই আহিব নোআৰি ঘুৰি সাগৰৰ মাজলৈ উভতি গল। সেই পাদুৰি চাহাবৰ আন্দাজে তাৰ দিঘল ৬০ হাতকৈ অধিক হৈচিল। তাৰ্ ওচৰত থকা আন মাজুলিৰ মাচ মৰিয়াৰ ১৩ খন নাৱৰ মানুহবিলাকে সেই সমুদ্ৰৰ সাপ দেখিলে, আৰু বৰ ভই পাই ৰথ্যা পাবৰ নিমিত্তে পলাই সৰু জানৰ মুখত সোমাল।

১৮৪৮ চনত দেদলচ নামে এখন জাহাজ হিন্দুস্থানৰ পৰা ইংলণ্ডলৈ জাঁওতে, ৬ আগষ্ট তাৰিখে কাপ্তান মাকোআই আৰু জাহাজৰ সকলোবিলাকে সমুদ্ৰৰ সাপ জাহাজৰ অতি ওচৰে জোআ দেখিলে। তাৰ মূৰ পানিৰ ওপৰে তিনি হাত মান দাঙ্গি আছিল; জাহাজৰ দাঁতিএ পোনে পোনে গৈছিল; তাৰ ডিঙ্গিত ঘোঁৰাৰ নিচিনা নোম আছিল, ডিঙ্গি মেৰে ৩ হাত মান জাৰৰ। এঘণ্টাৰ ভিতৰত ১২। ১৩ মাইলৰ বাট এইমান বেগেৰে গৈ আছিল।

আমেৰিকাৰ দাঁতিত থকা সাগৰতো এনে সমুদ্ৰৰ সাপ বাৰে বাৰে দেখা গৈছে।

---

## পুৰনি অসম বুৰঞ্জি।

Assamese History.—No. 5.

আৰু আমাৰো নৰাৰো কটকি আঠ বচৰ অহা জোআ নাই, আৰু মুঙ্গ খামজাঙ্গ, মুঙ্গ আইস্তন, মুঙ্গ তিপাম, এই তিনি আঠ বচৰ আমাৰ ঠাইতো নৰা ৰজাৰ ঠাই'তো কৰ সুত দিয়া নাই, এই নিমিত্তে আমাৰ চুতাঙ্গফা ৰজা দেৱে লাক্নি মুঙ্গচেও (৩৫) চনত তাপংমাও কটকিৰ হাতত জাঠি নালত কাকত ভৰাই দি, চুকংফা নৰা ৰজাত কৰ দিলেগৈ, বোলে, খামজাঙ্গ, আইতন, তিপাম, এই তিনি খন মোৰেহে ৰাজ, ইইতে জে মোৰ ঠাইতো সি ঠাইতো সুত নি দি আছে, মই গৈ তিনিও খন ৰাজ মাৰিব কৰোঁ; এই ৰূপে কাকতো দিলে, কটকিএও মুখে কলে। পাচে চুকংফা নৰা ৰজাই এই কথা সুনি, মুংখুৰান নামে কটকিক পঠাই, ভাই তিপামৰ আগত কৰ দিলে, বোলে, ভাই তিপামে অচম ৰজাক কৰ সুত নি দি কিয় আছে! মোৰ ভাই ককাই সুত দিব নে নি দিব! এই বুলি আমাৰ কটকি তাপংমাওক বিদাই দি, নৰা ৰজাই সন্দেস পত্ৰ দি ত্যাওনুংবানক পঠালে। সন্দেসৰ লেখা, সুকিলা ঘোঁৰা এটা, তাওকাক পিৰা এখন, নৰা পিৰা এখন, ঘোঁৰাৰ জোতি কৰা মুখ চাউনি জৰি ১ গচ, জোতি কৰা ভলচা ১ খন। পাচে ত্যানুংবান, তাপংমাও, এই দুই কটকি বাটত আহোঁতে, লাক্নি কংৰাও (৩১) চনত ত্যাওকা চুতাঙ্গ ৰজা দেও মৃত্যু হল। এঁওৰ ভোগ ১০ বচৰ। হিন্দু মতে চক ১৩৮৫ (১৩২১)।

এঁওৰে পুত্ৰ চুতাঙ্গ ৰজা হল, লাক্নি ৰাইত্যোও (৫৪) চনত মৃত্যু হল। এঁওৰে ভোগ ১৫ বচৰ।

হিন্দু মতে চক ১৪০০ (১৩৪৪) ত্যাওকা চুকক ৰজা হল। লাক্নি কাচেও (১১) চনত চুকক ৰজা দেও মৃত্যু হল। এঁওৰে ভোগ ১৮ বচৰ।

হিন্দু মতে চক ১৪১৮ (১৩৬০) ত্যাওকা চুচেন ৰজা হল। এঁওৰে দিনত লাক্নি কংত্যোও চনত আহাৰৰ দিনত দিনতে এস্থাৰ হৈছিলে। পাচে আধমপাৰত নগা পানিত হাত বুবুৰিয়াই সপতকৈ, নাকৈ যা তিনি খন দি ৰৰিলোঁ বুলি, আমাৰ ভিতৰ সোমালহি। বহুত নগা জাঠি, কৰ, দা হাত উদিয়াই হাবিত লুকাই থৈছিলে। পাচে সেই নগা ওলাই আহি, চুচেন ৰজা দেৱক নগাই কুকলি মাৰি জুধ ধৰিলেহি। লোক জন অসৱধানে আছিলে, এই নিমিত্তে আমাৰ বিস্তৰ মানুহ পৰিল। লাক্নি তাওচিঙ্গা (৬০) চনত জেঠৰ দিনত ত্যাওকা চুচেন ৰজা দেও মৃত্যু হল। হিন্দু মতে চক ১৪৪৫ (১৪০১)। এঁৱে ভোগ কৰিলে (৪১) বচৰ।

এঁওৰে পুত্ৰ চুহানফা ৰজা হল। লাক্নি কামুত (১) চনত, তংচুত গৰ ৰাখিবলৈ এঁও মুংভঙ্গক পঠালে। লাক্নি কাপচান (২) চনত চতত কচাৰিএ বন কৰিবলৈ আহিল। পাচে ত্যাওকা চুহান ৰজা দেৱে এই কথা সুনি, ফুলুংখামপেঙ্গক সেনাপতি পাতি ৰনলৈ পঠালে। প্লাইবিন হাতিত উঠি ৰন কৰিবলৈ গল। খুনাংচেঙ্গকো বৰুআ নেওগ পাতি পঠালে। পাচে আমাৰ লোক জনে গৈ, দিখৌ পাৰ হৈ ৰামতে ৰলগৈ; কচাৰিএ

খেদি ধৰিলেহি। পাচে খুলাংচেজে হুহকি পলাই গুচি আহিলে। কচাৰিএ লোঁ হাতে বাঁও হাতে মাৰি ধৰি খেদি আহিলে। পাচে ফুলুংখামপেঙে মুখে নোআৰি হাতিৰে পলাই আহিলে। আমাৰ লোক চকুৰি পৰিল। পাচে কচাৰিএ পাচে পাচে খেদি আহিলে, ভংচু পালেহি। পাচে সেই ঠাইতে মুখত এঁওলং পৰিলে। পাচে ত্যাওকা চুহানে আহি দিখৌৰ পাৰ হৈ ৰহিলহি। সেই ঠাইতে থাকি কচাৰিলৈ লাংজি নামে কন্যা এটি দিলে, দঁতাল হাতি ১ টা, মাখুন্দি হাতি ১ জনি, বন্দি ২ টা; আকে পাই কচাৰিএ হুহকি গল।

আৰু পূৰ্ব্বে থাওমুংলুংকাংতাও নাম আছিলে, তাৰ পো নাতিক ফুলুংখামপেঙ্গ বোলে। আৰু থাওমুংনাংৰুং নাম আছিলে, তাৰ পো নাতিক ত্যাওকাংবাৰুক বোলে। লাক্নি ভাৎৰাও (৩) সংকত থাওমুংলুং নাম দিলে; ফুলুংখামপেঙ্গক চুলুং নাম দিলে। পাচে ভাইতুৰুংবানে এক দিনা ধান চুৰ কৰিলে। পাচে চুহানে চোৰ পাই বন্দি কৰি থৈ এস ৰূপ ললে। পাচে কতো দিন থাকি ত্যাওকা চুহানে তুৰুংবানক মিচাৰ আওতাৰ দিলে। পাচে তুৰুংবানৰ কৈফে মিচাৰ আওতাৰলৈ বাঁহ আনোঁতে লুকুআই বাঁহৰ ভিতৰত জাঠি আনি থৈচিলে। চুহানে টুপত বহিচিলে, পাচে তুৰুংবানৰ কৈফে চুহাৰ পৰা জাঠি উলিয়াই ৰজাক খুঁচিলে। লাক্নি মুংকেও (৫) সংকত ত্যাওকা চুহান ৰজা দেও মৰিল। এঁৰে ভোগ কৰিলে ৪ বচৰ। হিন্দু মতে সংক ১৪৪৯ (১৪১৪)।



## ৰামগতিৰ বিবৰন।

আৰু আমাৰ সৰু সন্তালে আহি কেতিয়াবা কেতিয়াবা প্ৰাৰ্থনা কৰে; তাৰ প্ৰাৰ্থনাৰ নিচিনা অকপট আৰু মন আকৰ্স্নন কৰোঁতা প্ৰাৰ্থনা মই প্ৰায়ে কাৰো সুনা নাই। পাপৰ গিয়ান, আৰু আপোনাৰ অধম স্বভাও, আৰু খ্ৰিচ্টৰ চৰনত সৰনাপন হোআ, এই সকলো কথা তাৰ প্ৰাৰ্থনাতে প্ৰকাস হল; তাতে সৰল আচৰনৰ বাহিৰে তাৰ আন একো নাই, ইয়াকে জনা হৈচে। এদিন ৰাতি পূআ বেলি ওলোআৰ সময়ত খ্ৰিষ্টিয়ানবিলাকে বিভিৰ মতেৰে প্ৰাৰ্থনা কৰিবলৈ একে ঠাই হলত জেতিয়া ৰামগতিএ প্ৰাৰ্থনা কৰি আচিল, তেতিয়া মই সিবিলাকৰ মাজত ওলাই দেখিলোঁ, সি সৰু জুমৰ মাজত থিয় হৈ ৰৰকৈ মন আকৰ্স্নন কৰা প্ৰাৰ্থনা কৰিচিল। তাৰ অকপট আৰু বিয়াকুলেৰে প্ৰাৰ্থনাৰ সবদ সুনি মোৰ মন মজি গল।

পাচে সি ৰোগৰ পৰা মুক্ত হবলৈ উপাই কৰিবৰ নিমিত্তে মই তাক আৰু কিচু দিন ৰবিচালত থাকিবলৈ কলোঁ; কিন্তু সি মাক, ভনিএকৰ কাৰনে চিন্তা কৰি, থাকিব খুজিলে। চাহাব, নিবেদন কৰিচোঁ, মোক জাবলৈ আগ্যা দিয়া, কিয়নো মই ন গলে মোৰ আইৰ দুখ সুখৰ বুজ বিচাৰ কোনে লব? মই আকও উভতি আহিবলৈ জতন কৰিম ইয়াকে বুলি সি গল; মই তাক আৰু দেখিবলৈ নে পালোঁ। তাৰ ওচৰ চুবুৰিয়া আৰু ভায়েকবিলাকৰ প্ৰমানেৰে নিচই ৰূপে বুজ পালোঁ, তাৰ আচাৰ বেৱহাৰৰ কথাত একো ভুম বিসম নাই কিচিল। সি আপোনাৰ ঘৰত অকলেই নিতৌ তিনি বাৰ ইশ্বৰৰ লগত আলাপ আৰু প্ৰাৰ্থনা কৰে; আগৈএ অলপকৈএ ইশ্বৰৰ পৰা উপকাৰ পাবৰ নিমিত্তে প্ৰাৰ্থনা ন কৰিলে, কোনো কামলৈ কেতিয়াও নে জাই। তেনে হলে প্ৰভু খ্ৰিচ্টৰ কথাত সি গিয়ান আৰু অনুগ্ৰহ পোআৰ অধিক কি প্ৰমান দিব পাৰি? প্ৰভুএ

সিকোআৰ ঈশ্বৰে প্ৰাৰ্থনা ন কৰিলে স্ৰি কোনো খোআ বস্তু ভোজন ন কৰে। সি বস্তু হলেও তাৰ সকু ভায়েকে কৈচে, মই জেতিয়া দায়ালু পৰম ঈশ্বৰক পাহৰি কোনো বস্তু খাঁও, তেতিয়া সি কিমান তিৰস্কাৰ কৰে!

মন মজা আৰু দুই এক কথা আচে, সি সকু হলেও নি সিখি থাকিব নোআৰি। জোআ ফাগুন মাহৰ সোম বাৰৰ দিনা বজাৰৰ পৰা উভতি অহাৰ বেলিত তাৰ বৰ জ্বৰ হল। ঘণ্টা চাৰেকৰ পাচত জ্বৰ বৰকৈ বাৰ্হিল, আৰু ম্রিত্যুএ তাৰ দুআৰত চপৰিয়ালেহি। তাৰ মাক আৰু ভনিএকে আপোনাৰ তাবসাৰ জি একেটি বন্ধু খ্রিখিৰিত আচিল, সেয়ে জগত এৰি জাবলৈ ধৰা দেখি বৰকৈ কঁপি কান্দিবলৈ ধৰিলে। কিন্তু সেই ডেকা ধৰমি জনে সিবিলাকক সান্তনা কৰি বুলিলে, নে কান্দিবাইক, মই য়িচু খ্রিষ্টৰ ওচৰলৈ জাঁও; তেঁও মোক মাতিচে, কিন্তু তোমোলাকে সোক আৰু ক্রন্দন কৰি মই জোআৰ বিঘিনি কৰিচা। মই চাহাবক দেখিবলৈ ইচা কৰিচিলোঁ; আৰু সপোনত তেঁওক ইয়ালৈ অহা দেখিলোঁ। জেইবা ন হওক, মই গলে পাচত তেঁও তোমোলাকৰ নিমিত্তে বিবেচনা কৰিব; মই সুখৰ ঠাইলৈ জাম। কিচু মানৰ পাচতে আপোনাৰ মাকক মাতি বুলিলে, জেতিয়া মই স্কুলিচালত আচিলোঁ, তেতিয়া চৰকাৰৰ পুত্ৰেৰ মোক এটা মৈলাম দিচিল, সেয়ে সৌ খিলিতে আচে, ওভোতাই দিবা, কিয়নো সুনিচোঁ, বাপেকত ন কৈ মোক সেইটো দিয়াত সি মাৰ খাইচিল; তাক লৈ মই বিসম কৰিলোঁ। কিন্তু মই দোস গাত লৈ খেমা প্ৰাৰ্থনা কৰিচোঁ। অনেক দিনৰ পৰা তাক ওভোতাই দিবলৈ মন কৰিচিলোঁ, কিন্তু কোনো মানুহ তালৈ জোআ নাই। আই তুমি ওভোতাই দিবা, নে পাহৰিবা। এই ৰূপে ভয়েৰে লৰাই কলে। চটা পইচাৰ বস্তু জিটো, সেয়ে লোকৰ বুলি জানিলত তাক ওভোতাই নি দিলে, সি সুখে আৰু সান্তনাৰে মৰিব নোআৰে।

মাকক এই ৰূপে কোআৰ পাচে সি জানিলে, অন্তৰ সত্ৰু আহিচে, এই কাৰন তাৰে সৈতে দেখা দেখি হবলৈ জুগুত হৈ বুলিলে, আঁহা, আমি প্ৰাৰ্থনা কৰোঁ। সেই ঠাইত



তাৰ মাক আৰু ভনিএকৰ বাহিৰে আন কোনো মাই কিচিল; কিয়নো সি এইমান বেগতে মৰিব বুলি কোনেও জনা নাই। তেতিয়া সেই দুই জনিএ প্ৰাৰ্থনা কৰাৰ দৰে আঁঠু পাৰিলত সিও তেনে কৰিবলৈ কাৰ্বাৰ কৰিলে; কিন্তু নিচেই দুৰ্বল হোআত নৰিব নোআৰিলে; পাচে বুলিলে, আই, মোক তুলি ধৰা, মুই থাকি প্ৰাৰ্থনা কৰা উচিত ন হই। সিইতে ধৰিলত সি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। তাৰ সকু মাত ক্ৰমেৰে আৰু সকু হৈ জোআত অকস্মিতে মাত মৰি মুৰ ওলমোটা খাই পৰিল। পাচে সেই দুই অনাথ বাঁৰিএ প্ৰাৰ্থনাতে কেনেকৈ মাত বল, ইয়াকেও জানিবলৈ চিন্তাকুল হৈ চাই দেখিলে, তেঁও আপোনাৰ প্ৰভুৰ ঘৰলৈ গল। ই. হু. ব.

---

ধৰমিৰ জাত।

ইহকালে ধাৰ্মিক লোক
চইতান ফান্দে সদাই সোক;
কিন্তু জেতিয়া মৰি জাই,
প্ৰভুৰ চৰনত ঠাই পাই।

তাতে অনেক দুতৰ সঙ্গ
সদাই কৰে মনত ৰঙ্গ;
প্ৰভুৰ চৰন ধৰি কই,
ধন্য প্ৰভু দায়াময়ই।



দিনর্নিচ চৰাইৰ হাৰ পোআ।

Bones of Dinornis, found in New Zealand.

মুজিলণ্ড উপদ্বিপত অনেক ডাঙ্গৰ চৰাইৰ হাৰ মাটিত আৰু বালিত পোআ গৈচে। মান্তেল চাহাবে এক নদিৰ মুখৰ ওচৰত এনে হাৰবিলাক পাই জোৰাই, সেইবোৰ হাৰ জি চৰাইৰ হই, সেই চৰাই ১০।১২ হাত মান ওখ হৈছিল, ইয়াক বুজিচে। এনে ডাঙ্গৰ চৰাই এতিয়া প্রিথিবিত নাই; আন্দাজে বহু কালৰ আগেএ সেই বিধ চৰাই তাতে আচিল। দিনর্নিচ, অর্থাত ভাক ভয়ানক পখি নাম দিচে। মানুহতকৈ দুগুন ওখ হৈছিল; তাৰ কিমান ওখ ডাঙ্গৰ বুজাবৰ নিমিত্তে তাৰ হাৰৰ নকচা ওপৰত লিখা আচে। বাঁও কালে দিনর্নিচ, সোঁ কালে মুজিলণ্ডৰ এজন আদি বাসি মানুহ, মাজতে জি উট চৰাই আটাই জিয়া চৰাইতকৈ ডাঙ্গৰ, তাৰ নকচাও লিখা আচে। মুজিলণ্ড দেসত এতিয়া প্রাই তিনি কুৰি বিধ চৰাই পোআ জাই, কিন্তু আদি বাসিএ চাৰি ভৰিয়া জন্তু এবিধ মাথোন পালে; সেই জন্তু এন্দুৰৰ নিচিনা হৈচে।

## জানুআৰি পুহ মাঘৰ পঞ্জিকা।

Almanac for January, 1851.

| জানুআৰি | পুহ | দিনমান | চন্দ্ৰাং | বাৰ | জানুআৰি | মাঘ | দিনমান | চন্দ্ৰাং |
|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ১০।২০ | ২৯ | ৬ | ১৭ | ৫ | ১০ ৩১ | ১৫ |
| ২ | ১৯ | ১০ ২০ | ৬। | ৭ | ১৮ | ৬ | ১০।৩২ | ১৬। |
| ৩ | ২০ | ১০।২১ | ১। | | | | | |
| ৪ | ২১ | ১০।২১ | ২। | ১ | ১৯ | ৭ | ১০।৩৩ | ১৭। |
| | | | | ২ | ২০ | ৮ | ১০।৩৪ | ১৮। |
| ৫ | ২২ | ১০।২২ | ৩। | ৩ | ২১ | ৯ | ১০ ৩৫ | ১৯' |
| ৬ | ২৩ | ১০।২২ | ৪। | ৪ | ২২ | ১০ | ১০ ৩৬ | ২০। |
| ৭ | ২৪ | ১০।২৩ | ৫। | ৫ | ২৩ | ১১ | ১০।৩৭ | ২১। |
| ৮ | ২৫ | ১০।২৩ | ৬ | ৬ | ২৪ | ১২ | ১০।৩৯ | ২২। |
| ৯ | ২৬ | ১০।২৪ | ৭। | ৭ | ২৫ | ১৩ | ১০।৪০ | ২৩। |
| ১০ | ২৭ | ১০।২৫ | ৮। | | | | | |
| ১১ | ২৮ | ২০।২৬ | ৯। | ১ | ২৬ | ১৪ | ১০।৪১ | ২৪। |
| | | | | ২ | ২৭ | ১৫ | ১০ ৪২ | ২৫। |
| ১২ | ২৯ | ১০।২৭ | ১০। | ৩ | ২৮ | ১৬ | ১০ ৪৪ | ২৬। |
| ১৩ | ১ | ১০।২৮ | ১১। | ৪ | ২৯ | ১৭ | ১০।৪৫ | ২৭। |
| ১৪ | ২ | ১০।২৯ | ১২। | ৫ | ৩০ | ১৮ | ১০।৪৬ | ২৮। |
| ১৫ | ৩ | ১০।৩০ | ১৩। | ৬ | ৩১ | ১৯ | ১০।৪৭ | ২৯। |
| ১৬ | ৪ | ১০।৩০ | ১৪। | | | | | |

আমা ২ তাং ৭।২ পূআ। পূং ১৭ তাং ১১। ০ তাটি।

জানুআৰিৰ ১৭ দিনৰ ৰাতি ১০ বজাৰ পৰা ১৪ বজালৈকে চন্দ্ৰৰ অর্ধ গ্রাহ হব।



THE ORUNODOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.*

# ANCIENT CHRONICLE OF THE CHUTIAS.

Furnished by W. Robinson, Esq, Inspector of Go      Schools

অনেক দেসব লোকে আপোনাব বজা দেবতাব বংস বুলি সিবিলাকব অর্থে জি কপে অনেক উপ কথা গপ কবি সাজি বুর্ঞ্জিত সুমুআই লিখে, সেই কপে চুটিয়াবিলাকেও আপোনাব বজাব বংসাবলি বনালে। সিইতব এক পুবনি বংসাবলি পাই তলত লিখিচোঁ।

---

## চুটিয়া বজাব বংসাবলি।

সদিয়া কোর্জকো দেসঃ চুটিকা বংস ভির্ম্মোকাঃ ধাতু দৃব্যো ত্বং লোভেন হবাজন পদা দয়ঃ।

পূর্বে ১১১১ সঁকত ভির্মোক বজাব বংসব বিবপাল নামে এক জন আচিল, তাহাব ভার্জাব নাম কপবতি। দৈবদোসত থাকি সোনাগিবি পর্বতব আগাবিত প্রবেস হৈ তাতে ৬০ ঘব চুটিয়া আচিল; তাব বজা নাই, তাবে মাজত প্রবেস হৈ কিচু দিন থাকি বিবপালে গায়পাল নাম ললে। তাবে আগ্যাবে এই ৬০ ঘব চুটিয়া প্রবর্ত্তি আচিল; তাব ভার্জা কপবতিএ কুবেবক উপসা কবিচিল, পুত্র কামনাই; এক দিন কপবতি মাকব ঘবব পবা আহোঁতে কুবেবে বিবববব বেস ধবি তায়ে সৈতে সংসর্গ হল। পাচে কুবেবে বিবববক বাতি ষপ্ন দেখালে; মোব বির্জ্জ্যে কপবতিব গর্ভত সুভ খ্যনে পুত্র উপজিব, সেয়ে বাজ্যত বজা হব। তোব সমস্তো সম্পতি হব, কপবতিকো তই ন সপিবি, সষ্টমে বাখিবি, তয়ো সষ্টমে ববি। নতুন ঘব কবি কপবতিক থবি, জি গচব তলত কাগুনব ক্রিয়া চতুব দসিত দেও কৈ মোক উপসা কব। কাইলৈ প্রাতহ কালে সেই গচব তললৈ জাবি, জি বস্তু পায়, তাকে সেৱা কবি থাকিবি; জি কালত অনাদব পবহত হই, সেই কালত তোব পুত্রব চত্র ভঙ্গ হব, বাজ্যকো পবে লব, দেসান্তবি হব; গচব তলত পোআ দ্রব্যেবে মোব পুত্রে অনেকক যুধ কবি মাবি বজা হব; এই বুলি কুবেব অন্তর্ধ্যান হল। পাচে বিববৰে চেতন পাই অদ্ভুত হেন জানি প্রাতহতে সেই গচব তললৈ গল। তাতে চাল খর্গ এজোবা, সেই চালব তলতে সুবর্ণব বিবালি এটি পালে। সমস্তকে আনি বিববৰে জতন কবি থলে, সেই দ্রব্যতে বিববৰে পূজা কবি আচিল; দৈঘনিএককো নিয়ম পূর্বকে জতন কবি থলে। দহ মাহব অন্তে সুভ খ্যনতে পুত্র জন্মিল, নাম থলে গৌবি নাবায়ন। পঞ্চম বচবব পবা বল পবাক্রম বাঢ়ি গল, সমস্তকে বসবর্ত্তি কবিবলৈ ধবিলে। সেই ৬০ ঘব চুটিয়া সহিতে বাঙ্গলগুবি পর্বতত জি চুটিয়া আচিল, তাকো যুধ কবি ললে। কালগিবি পর্বতত জি চুটিয়া আচিল, তাকো দমিলে; নিলগুবি পর্বতত জি চুটিয়া আচিল, ধবলগিবি পর্বতত জি খনি আচিল, চন্দ্রগিবি পর্বতত জি চুটিয়া আচিল, তাকো বস কবিলে; কুবেবব অস্ত্র লৈ জি দিসে সমুখ হই, অনাজুধে মিলেহি। এই দবে সমস্ত পর্বতব চুটিয়াকে বস কবি, পাচে বত্নধ্বজ পাল নাম ললে। কুবেবব প্রসাদং সমস্ত সম্পূর্ন হল; চত্র ধবি বজা নাম ললে। ১১৪৬ সঁকত সোনাগিবি পর্বতত ৬০ ঘব চুটিয়াক পাত্র মন্ত্রি পাতি সকলো সহিতে যুগুতি হৈ, ভদ্রসেন নামে জি এক বজা আচিল, তাব দেস লবলৈ গল। ভদ্রসেন বজাব স্বেতগিবি পর্বতত নগব, তাক মাবি অনেক দ্রব্য পালে; দৈবগ্য, তাঁতি, সোনাবি, ব্রাহ্মন, সূতাব কমাব, অনেক বিদ্যাবন্ত পালে, বাজ জোগ্য বস্তুকো অনেক পালে। ভদ্রসেনব পুত্রক কবতলিয়াকৈ বাখিলে; বত্নধ্বজ পালে নগব কবি বত্নপুব নাম দিলে, বাজ পুত্রটিকো পুত্রবতে প্রতিপাল কবি বাখিলে। পাচে ন্যাই পাল বজাব দেস মাবিবলৈ গল; বজা সুনি যুধক সমুখ হল। এতেকে কুবেবে ষপ্ন কবালে, বোলে, মোক জদি যুধ কবি জিনিব পাব, এতেকে বত্নধ্বজ পালব সমুখ হবি। বত্নধ্বজ পালক মোব পুত্র হেন জানিবি, সমস্তবে

কুসলক সাধিব। পাচে ৰজা চেতন পাই, পাত্ৰ মন্ত্ৰিৰে আলচ কৰি, চুটিয়া দেসৰ ৰজা সুদা লোক ন হই, অনেক অনেক দেস মাৰি ললে, ৰজা সকলকো বস কৰি ললে; এই বুলি বোল মাত কৰি থকাত, ৰত্নধ্বজ পালে ন্যাই পালৰ ঠাইলৈ সুধি পঠালে, জুধকে ইচা কি প্ৰিতিকে ইচা? ৰজাৰ প্ৰিতিএই সাধন, আকে চাই জি বোলে তাকে কৰিম । ৰত্নধ্বজ পালে বোলে, আমালৈ কন্যা দি মিত্ৰ কৰক। ন্যাই পালে বোলে, ৰজাৰ কন্যা ৰজাহে জোগ্য, ভাল কন্যা দিম । কন্যা দি মিত্ৰ কৰিলে, কন্যাৰ লগত অনেক জৌতক, দেসৰ অনেক কাৰিকৰ বিদ্যাৰম্ভ দিলে; জৌতক সমনিতে সালংক্ৰিতা বিবাহ দিলে । পাচে কতো দিনৰ অন্তৰে ৰত্নেশ্বৰি মহিসিৰ হন্তে বিজয়াধ্বজ নামে পুত্ৰ জন্মিল। বিজই মন্ত্ৰিত কৈ কমতেস্বৰ মন্ত্ৰিৰ কন্যা খুজি পঠালে; কমতেস্বৰে বোলে, তইতক কন্যা দিব নোআৰোঁ; জদি ৰজা আহি নিএ, তেহে দিব পাৰোঁ । ৰত্নধ্বজ পালে এই কথা সুনি মন্ত্ৰিৰে আলচি, আমি আনিব নোআৰোঁ বুলিহে এই কথা বুলিচে, নিয়াই পাল ৰজাত কৰি কমতেস্বৰ ৰজা ডাঙৰ নি কিন? এই বুলি বিজয়াসেন মন্ত্ৰিক ৰজা পাতিলে । ই ঠাইৰ পৰা কমতেস্বৰ ৰজাৰ তলৈ আলি বান্ধি এক দিনৰ অন্তৰ কৰি তাহাতে ৰহা বান্ধি নগৰ কৰিব দিলে। পাত্ৰ মন্ত্ৰি অনেক লগত লৈ হাবি পৰ্বত কাটি আলি বান্ধিলে । আলি বান্ধি ৰজাৰ ৰাজ্য পালেগৈ, কুবেৰৰ প্ৰসাদত সমস্তৰে সাজ পাৰ হল, নগৰ ৰাখি মন্ত্ৰি থাকিল, মানুহ পঠাই ৰজাত জনালে। ৰজা ৰত্নধ্বজে জয়ধ্বজ মন্ত্ৰিক নগৰত থৈ জাত্ৰা কৰি কমতেস্বৰ ৰজাৰ দেসলৈ গল। পাচে কমতেস্বৰ ৰজা বোলে, পৰ্বত হাবি ভাঙি ই ঠাইলৈ আহিব নোআৰিব, এই বুলিহে এই কথা বুলিলোঁ; জানিলোঁ, এই কৰম সামান্য সক্তি ন হই; এই বুলি বিস্মই হৈ মন্ত্ৰি সহিতে আলচি কন্যা জৌতক সহিত লৈ ৰজাৰ নগৰ জত কৰিচে, সেই নগৰলৈকে গল, কন্যা সমৰ্পন ৰত্নধ্বজ ৰজাকে কৰিলে ।

তাত পাচে ৰত্নধ্বজ পাল ৰজা গৌৰৰ সমুখ হৈ দুই দিনৰ পথত ৰহিলে । পাচে ৰজা ৰত্নধ্বজ জাৰৰ সুনি মন্ত্ৰি ৰৰ উজিৰক পঠালে, ৰাজ জোগ্য বস্ত দিলে, ৰত্নধ্বজ পালক সুধিব দিলে, পূৰ্বৰ ৰজা সকলে বিজয়কে বাঞ্চা কৰি ফুৰিচিল, মিত্ৰতাকো বাঞ্চে; এতিয়া ৰজা কোন থানি বাঞ্চে? এই কথা সুনি ৰজা বোলে, কমতেস্বৰ ৰজা জি মিত্ৰ ভাও কৰিচে, তাতো অধিক মিত্ৰ ভাও বাঞ্চা কৰোঁ, এই বুলি মন্ত্ৰি ৰৰ উজিৰত কৈ পঠালে । ৰত্নধ্বজ পালেও গৌৰৰ পাসৰ এই বাক্য সুনি বিজয়াসেন মন্ত্ৰিত সুধি, কমতেস্বৰ ৰজাত কৰিও মিত্ৰতা বাঞ্চা কৰিচোঁ, কি কৰিলে নো তাত অধিক মিত্ৰতা ঘটিব? বিজয়াসেন মন্ত্ৰি বোলে, সখিও কৰিলে ভাল । পাচে ৰত্নধ্বজ ৰজা বিজয়াসেন মন্ত্ৰিক ৰাজ জোগ্য দ্ৰব্য দি গৌৰৰ ৰজাৰ ঠাইলৈ পঠালে । বিজয়াসেন মন্ত্ৰিক বঁটা দি সন্তোস কৰি, ৰজা ৰত্নধ্বজৰ ঠাইলৈ মন্ত্ৰি ৰৰ উজিৰ সহিতে ৰাজ জোগ্য দ্ৰব্য বস্ত্ৰ দি সন্দেস পত্ৰ পঠাই দিলে, বোলে, ৰত্নধ্বজ পাল ৰজা সহিতে সখিও কৰিলোঁ; তেঁওৰ বাত্ৰা আমি লম, আমাৰ বাত্ৰা লব, আৰু সখি স্নান কৰিবলৈ ৰোজ সাত ঘঁটি গঙ্গা জল দি থাকিম; আৰু ইত্যাদি চল কৰ সৰ্বত্ৰে হব, আমালৈ পৰসু কুঠাৰৰ জল দিব; এই নিৰ্বন্ধ কৰি বিজয়াসেন মন্ত্ৰিক পঠালে । বিজয়াসেন মন্ত্ৰি সহিতে মন্ত্ৰি ৰৰ উজিৰ আহিল, ৰত্নধ্বজ ৰজাৰ ঠাইলৈ । ৰজা সুনি পৰম সন্তোস হৈ, মন্ত্ৰি ৰৰ উজিৰক বঁটা প্ৰসাদ দি বিদাই দিলে । ৰত্নধ্বজ পালে এই নিৰ্বন্ধ কৰি আপোন দেসলৈ আহিল; পাচে কতো দিনৰ অন্তৰে সিন্ধু খেত্ৰত মঠ কৰিবলৈ গল ৰজা ৰত্নধ্বজ । সেই বেলা গৌৰচেৰ বেটা ৰত্নধ্বজে ৰজাৰ ঠাইলৈ পঠালে; ৰজাও গৌৰ দেসৰ জি অপূৰ্ব বস্ত্ৰ, তাকো দি পঠালে । কত দিনৰ অন্ত-

ৰে ৰত্নধ্বজ পালেও বহু দ্ৰব্য দি পঠালে। পাচে পৰম সন্তোসে সখি পুত্ৰক পৰম চেনেহ কৰি আপোন পুত্ৰ হেন কৰি ৰাখিলে। দৈব্যদোসত থাকি ৰাজ পুত্ৰ ম্ৰিত্যু হল. পাচে মহা অসন্তোস কৰি বোলে, কৰম ক্ৰিয়া এখেতে কৰিব পাৰোঁ; সখি ৰজা কোন খানি বোলে? দেসৰ নিৰ্ব্বন্ধে কৰম ক্ৰিয়া ততে কৰিব, এই নিচই কৰি দ্ৰব্য বস্তু লগত দি চুটিয়া দেসৰ পৰা পঠালে; ৰজা সিন্ধু খেত্ৰত ঘৰ লবলৈ গৈচিল। সেই বেলা ৰাজ.পুত্ৰৰ স লৈ পালেগৈ; এতেকে নাম থাকিল .সদিয়া পাট। ৰত্নধ্বজ পালৰ পুত্ৰ বিজয়াধ্বজ পালক ৰজা পাতি সিন্ধু খেত্ৰত প্ৰান এৰিলে।

| চুটিয়া ৰজাবিলাকৰ নাম। | ৰাজত্ব | ভোগ | ম্ৰিত্যু |
|---|---|---|---|
| পূৰ্ব্বৰ ৰজা গৌৰি নাৰায়ন, তাৰ নাম ৰত্নধ্বজ পাল, | ১১৪৬ | ৮০ | ১২২৬ |
| পুত্ৰ সিৱ নাৰায়ন, তাহাকে বিজয়াধ্বজ পাল বোলে, | ১২২৬ | ৬১ | ১২৮৭ |
| পুত্ৰ জগত নাৰায়ন তাহাকে বিক্ৰমধ্বজ পাল বোলে, | ১২৮৭ | ৩৪ | ১৩২১ |
| পুত্ৰ প্ৰমত নাৰায়ন, তাহাকে গৰুড়ধ্বজ পাল বোলে, | ১৩২১ | ৪৫ | ১৩৬৬ |
| পুত্ৰ হৰি নাৰায়ন, তাহাকে সংখধ্বজ পাল বোলে, | ১৩৬৬ | ৪৪ | ১৪১০ |
| পুত্ৰ গোলোক নাৰায়ন, তাহাকে মউৰধ্বজ পাল বোলে, | ১৪১০ | ৪১ | ১৪৫১ |
| পুত্ৰ বুদ্ধ নাৰায়ন, তাহাকে জয়ধ্বজ পাল বোলে, | ১৪৫১ | ৪৮ | ১৪৯৯ |
| পুত্ৰ সত্য নাৰায়ন, তাহাকে কৰ্ম্মধ্বজ পাল বোলে, | ১৪৯৯ | ৫৪ | ১৫৫৩ |
| পুত্ৰ ধিৰ নাৰায়ন, তাহাকে ধৰ্ম্মধ্বজ পাল বোলে, | ১৫৫৩ | ৪৩ | ১৫৯৫ |
| মানস পুত্ৰ অৰ্থাত জামাতা নিত্যপাল বোলে, ও সাধক নাৰায়ন | ১৫৯৫ | ২ | ১৫৯৮ |

ধিৰ নাৰায়ন ৰজা অপুত্ৰক আচিল। পুত্ৰ কামনাই দেৱতাক আৰাধন কৰাতে কিচু দিন থাকি এটি কন্যা জন্মিল, কন্যাৰ নাম থলে সাধনি॥ পুনৰ দেৱতাক আৰাধন কৰাতে পৰে পুত্ৰ জন্মিল, তাহাৰ নাম থলে সাধক নাৰায়ন। পৰে কন্যাৰ জোগ্য জামাতা নো পোআত ৰজা প্ৰতিগ্যা কৰিলে, কালি প্ৰাতসে মোৰ মুখে জি বাক্য হই, সেই বাক্যক জি জনে পালিব পাৰে, সত্য কৰি সাধনি কন্যাক বিবাহ দিম। তাৰ পৰ দিন প্ৰাতসতে ৰজা বালোআত বহাতে, সেই বালোআৰ আগতে এক গচত কেৰকেতুআ দেখি সকলো লোককে কাঁৰেৰে মাৰিব দিলে: কোনোএ কাঁৰ লগাব নোআৰিলে। ৰজাই বোলে, কেৰকেতুআত জি কাঁৰ লগাব পাৰে, সত্যে সাধনি কন্যাক তাকে দিম। পাচে সামান্য চুটিয়াৰ লৰা এটিএ কাঁৰ লগালে। সত্য অঙ্গিকাৰ ৰাখি ৰাজ কন্যা দিবৰ ইচা কৰিলে। কন্যাই সুনি বোলে, মই সামান্যত কিয় বিবাহ নোমাম? পাচে ৰজা বোলে, মোৰ প্ৰতিগ্যা ৰখ্যা কৰ। কন্যা বোলে, মই জি খোজোঁ, তাকে সত্য কৰি দিম বোলা। ৰজা বোলে, সত্য কৰি দিম, জেই খোজা। ঐ খানি নিচই কৰি সেই চুটিয়াৰ লৰাটিকে প্ৰাচিত কৰাই সাধনি কন্যাক বিবাহ দিলে। তাত পাচে সাধনি কন্যাই বোলে, মই তোমাৰ অঙ্গিকাৰ ৰাখি সামান্যতে বিবাহ সোমালোঁ; মোক জি দিবলৈ অঙ্গিকাৰ কৰি চিলা, তাকে দি অঙ্গিকাৰ ৰাখা। ৰজা বোলে, মোৰ পুত্ৰ দুহিত্ৰি দুইত কৰি কোন আচে? তইতকেই সকলো ভাল দিম। কন্যা বোলে, জদিবা তোমাৰ পূজা কৰা সোনৰ পেৰাটিত জি আচে, তাকে দিয়া মোক। ৰজা বোলে, মই বচনতে খাটিলোঁ, তোৰ ভায়েৰলৈ কিচু নে থাকিল, তয়ো সেই দ্ৰব্য নি বহুত দিন থাবলৈ নে পাবি; নি দিবই পাৰোঁ, জি দিলে সত্য ভ্ৰষ্ট জাই; দিলে সকলো ৰাজ্য ভাৰ জাই; পৰে জি হওক, সত্যকেহে ৰাখিব লাগে।

নিজ সত্যে ভৱিস্যতি পশ্চাত্ সন্ধি কৰিষ্যতিঃ॥

বিৰনেত্ৰ ৰসেচন্দ্ৰে হেমন্ত কাল আগতে।
তাল জম্বা মহা ম্লেচ্ছা অৱাৰ্য্যং ৰৰা পদং।

এই বুলি ৰজা সোনৰ পেৰাটি সহিতে ৰজা ক্ৰন্দন কৰি পূজা ঘৰৰ পৰা পেৰা সহিতে সুবৰ্নৰ বিৰালিটি দিলে। ৰজাৰ জিএ জেতিয়া পেৰাটি হাতত লৈ মেলি চালে, তেতিয়া সোনৰ বিৰালি অদৃস্য হল; দেখা নে পাই ৰজাৰ জি কান্দিব ধৰিলে, সোনৰ বিৰালি পৰহস্ত হোআতে ৰজাৰ স্ৰি নষ্ট হল: চুটিয়াৰ লৰাটিতে ৰাজ লখ্মি লগ ললে। পাচে ৰজাৰ জিএ সোনৰ বিৰালি নে পাই অসন্তোস ক্ৰন্দন কৰাতে গিৰিএকে বোলে, তুমি দুখ ন কৰিবা, মই সোনৰ বিৰালি গৰাই দিম। এই বুলি সোনৰ বিৰালি গৰোআই সেই পেৰাতে জতন কৰি থলে। তাত পাচে ধিৰ নাৰায়ন ৰজা বৃদ্ধ্য ভাৰ এৰি জামাতাক জুৰ ৰাজ পাতি আপোন পুত্ৰ ৩ বচৰৰ সিসু সাধক নাৰায়নক তাৰ হাতে সমৰ্পনা কৰি, ৰাজ মহিসি সহিতে অৰন্যক গল। সিন্ধু খেত্ৰত বিষ্টো উপাসি প্ৰান তিয়াগ কৰিলে। জুৰ ৰাজে বিচাৰ কৰি নে পাই, ৰজা হৈ নিত্য পাল ৰজা নাম ললে। পূৰ্বৰ পাত্ৰ মন্ত্ৰিক গুচাই সামান্যৰ পাত্ৰ মন্ত্ৰি পাতি ললে। দেসৰ দোস গুন বিচাৰ ন কৰি প্ৰজা লোকক দণ্ড বন্ধ কৰিব ধৰিলে; পূৰ্বৰ নিতিক এৰি প্ৰবৰ্ত্তে; এতেকে সকলোএ অনিত্য পাল বুলিব ধৰিলে। ৰাজ চৰ্চা এৰি মাচ পহ মাৰি ফুৰে, আলি বান্ধি পুখুৰি খানি ফুৰে। জি সময়ত চুটিয়া ৰজা আলি বান্ধি পুখুৰি খানিচিল, সেই বেলা স্বৰ্গি ৰজাৰ ফুচেঙ্গমুন বৰ গোহাঁয়ে সক দিহিঙ্গিয়া ৰজাত জনালে। চুটিয়াৰ দেস মাৰিলে অনেক বৃত্তি পাই, এই বুলি জনোআত পাত্ৰ মন্ত্ৰিৰে আলচ কৰি সৈন্য সেনা জুধাক লৈ সদিয়াৰ চুটিয়াৰ ৰজাকে জুধ দিলেগৈ। চুটিয়াৰ নিত্য পাল ৰজায়ো আপোন দেসৰ পাত্ৰ মন্ত্ৰিৰে আলচ কৰি জুধৰ সমুখ হল। চন্দ্ৰগিৰি পৰ্বতৰ নিকট জুধ পাতিলে; জুৰেৰৰ দত অস্ত্ৰ লৈ জুধত প্ৰবেস হল; লুকি থিত ই পুনৰ দৃস্য হৈ স্বৰ্গি ৰজাৰ সৈন্য মাৰে; সেই কাৰনে তাহাকো চন্দ্ৰ নাৰায়ন বোলে। সেই চুটিয়া ৰজা চন্দ্ৰগিৰি সিখৰত উঠিল, ৰাজু পাতি জুধ দিলে। স্বৰ্গি ৰজাই খেদি ভৈয়ামত সৈন্য মাৰি পৰ্বতত [illegible]লেগৈ, চুটিয়া ৰজাৰ সৈন্য ভাগিল। ৰজাৰ ১২০ কুঁঅৰিএহে সিলা কোঁচাই ৰজাৰ হাতত দিএ, ৰজা অবিচেদে মাৰে, স্বৰ্গি ৰজাৰ সৈন্যত পৰি পৰি মৰে। ফুচেঙ্গমুন বৰ গোহাই মন্ত্ৰনাকৈ খিলা গচত ৰগোআই পৰ্বতৰ ওপৰত চুলিআক ঢোল ৰজাৰ দিলেগৈ; স্বৰ্গি ৰজাৰ আগ্যাৰে পৰ্বতত উঠি ঢোল ৰজালেগৈ। ৰজাই বোলে, মোকে পাচ ভেঁটি সৈন্য পালেহি; অদভুত ক্ৰুতি হত হৈ সাধনি মহিসিক হাতত ধৰি পৰ্বতৰ স্ৰিঙ্গৰ পৰা ডে[illegible] মাৰি জুৰিত পৰি মৰিল। ফুচেঙ্গমুন বৰ গোহাঁয়ে ৰজাৰ হাৰ মুৰ বিচৰাই নে পালে। ৰজা বোলে, বৰ গোহাঁই বিচাৰ কৰ। ত্যাওহুঙ্গ্ নেওগে ৰজাত জনাইচেগৈ, জুধ জই; স্ৰী স্ৰী স্বৰ্গি ৰজাৰ সদিয়া প্ৰাপ্ত। ১৫৯৮ সঁকে পুহ মাহে হস্তি প্ৰাপ্ত ৫৭, ঘোঁৰা ১০০, হিলৈ ১০০০, নৌকা ৭০০, প্ৰজা ধন ধান্য অপৰ্জন্ত লেখা নাই। মহ ৯০০, দৈৱংগ্যে, ব্ৰাহ্মন, তাঁতি, সোনাৰি, কমাৰ, চমাৰ, ধোবা, নাপিত, ধনিকৰ, দণ্ডচত্ৰ, কেঁকোৰা দোলা, চৰা নাও, ৰৰচা, ইত্যাদি আহিলা সকলোকে আক্ৰমন কৰি লৈ, ৫ বচৰৰ সাধক নাৰায়ন ৰাজ পুত্ৰকে সিসু বধ ন কৰি সদিয়াৰ সেই চুটিয়া দেসৰ ১২ ঘৰ মানুহ দি, কলিয়াবৰৰ কামাখ্যা পৰ্বতৰ বাহিৰ কৰি বৌতাৰ পচিম পাৰ, ধনসিৰিৰ পুব পাৰ, কৰিৰ আলিৰ দখিন ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে চৌহদ কৰি খুঁটা মাৰি তাম্ৰ পত্ৰ কৰি দিলে; মানুহ ৰাকে ঘৰেৰে সহিতে প্ৰবৰ্ত্তি, ৰজা চাঙ্গত বচৰে বচৰে মোহৰ কপ ৮০ টকা, ধৰা ৪০ ধন সোধাই প্ৰবৰ্ত্তি থাকিৰি। ইতি।

# অৰুণোদই

৬ বচৰ। মোং সিৱসাগৰ, জানুআৰি, ১৮৫১। নম্বৰ ১।

VOL. VI. SIBSAGOR, ASAM, JANUARY, 1851. NO. 1.


## অষ্ট্ৰেলিয়াৰ বিবৰন।

Geography of Australia.

দখিন পাচিফিক সাগৰত অষ্ট্ৰেলিয়া নামে এখন বৰ উপদিপ আচে, পুবা পচিমা দিযে ২৪০০ মাইল, বহলে ২০০০ মাইল; মাটিৰ জোখ প্ৰায়ে ত্ৰিচ লাখ বৰ্গমাইল।

১৬০৫ সঁকত হলণ্ড দেসৰ জাহাজৰ দোআৰাই সেই বৰ দিপ দেখা পোআ হল: সিইতে তাক নুহলণ্ড অৰ্থাত নতুন হলণ্ড নাম দিলে। পাচে ১৭৭০ সঁকত কাপ্তান কুক চাহাবে তাৰ পুৱ ফালে উঠি ইঙ্গলণ্ড মহাৰজাৰ নামেৰে দেস লৈ তাৰ নিউ চৌত ওএলচ নাম থলে। ১৭৭৮ সঁকত ইঙ্গলণ্ডৰ লোকে তাত চিড্‌নি নামে এখান নগৰ থাপন কৰিলে; আৰু তাত ইঙ্গৰাজিৰ প্ৰজা হবৰ নিমিত্তে দেসান্তৰ কৰা কইদিবিলাকক তালৈ





অষ্ট্ৰেলিয়া দিপৰ আদি বাসি মুনিহ তিৰোতাৰ নকচা।

Young Man and Woman of Australia.—From the Illustrated London News.

পঠাই পঠাই দিএ। এতিয়া সেই দিপনি নগৰৰ ৫০,০০০ মান মানুহ হৈচে। আন ঠাইতো অনেক অনেক চাহাব আদি লোক গৈ গাঁও আদি নগৰ পাতি থৈচে। মেল্‌বৰ্ন নামে এখান নগৰত প্ৰায়ে ২০,০০৫ মানুহ আচে। কইদি লোক আৰু সিবিলাকৰ সন্তান ক্ৰমে ক্ৰমে ভাল হৈ গৈচে। সিহঁতে তাতে খেতি কৰি, গৰু চাগ চৰাবলৈ ঠাই ভাল দেখি সৰহকৈ জাক ৰাখি মেৰৰ নোম বিলাইতলৈ বেচি পঠাই।

সেই দিপৰ চাৰিও ফালে সাগৰৰ দাঁতিত মাটি ভাল; ভিতৰে গলে সুদা বালি তাতে মানুহ নে থাকে; আৰু দিপৰ মাজত বিল বগাৰ বা পৰ্বত কি আচে, তাক নে জানে, মহলা লোআ ন হল। দখিন পচিম দাঁতিএ নিল পৰ্বত এসাৰি আচে। তাৰ বতৰ ভাল; কিন্তু জেতিয়া ইয়াত জাৰ, তাত ঘাম; ইয়াত ঘাম হলে তাত জাৰ হই। নৈ কেইবা খনো আচে; কেতবোৰ সাগৰত পৰে, কেতবোৰ ভিতৰ ফালে বৈ আন্দাজে সৰোবৰত পৰেগৈ। সেইবোৰৰ মাজত লোনা পানি দালিঙ্গ নামে এখান আচে; কিন্তু আটাইৰে মাজত মৰি নামে নৈ খন দিঘল; তাৰ দিঘে ১০০০ মাইল, দখিনে সাগৰত পৰেগৈ। পচিম ফালে চোআন নদিৰ দুই পাৰে এতিয়া এখন দেস পাতিচে। কোনো ঠাইত তাম আৰু সোনো ওলাই।

অষ্ট্ৰেলিয়াৰ আদি বাসি লোক অসভ্য; তান মানুহতকৈ কিচু সৰু, লোকৰ দৰে লৰ খাবৰ নে জানে, আমাৰ নগাতকৈও জেগেলা; এতিয়ালৈকে মতা মাইকিএ নাঙ্গটে নগৰত সোমাই ফুৰি একো লাজ নে পাই। কেতবিলাকে ঘৰ ন সজাকৈ সিলৰ খোবোঙ্গত বা গুচৰ তলত সুই থাকে। তাঁৰ ধেনু নাই, কিন্তু দা, জাটি, টাঙ্গোন, এইবিলাক আচে। সিহঁতৰ বৰন সকতে বগা, বৰ হলে আফ্ৰিকাৰ নিচিনা কলা হৈ জাই। নাক চেপেটা, ফোঁপ বহল, চেলাউৰি ডাঙ্গৰ চকু সোমোআ, ওঁঠ লেকআ, মুখ বহল দাঁত বগা, খই নে জাই। নাকত নলা মাৰি দিএ। মহে নে খাবলৈ তেল ঘঁহি ঘঁহি চাল টান কৰে।

মাচ মাৰিবলৈ মাইকিবোৰে নাৱত সোমাই বৰশি বাই; মতাই হলে পানিৰ দাঁতিএ গৈ মুখত সামুক চোবাই পানিত থুত কুৰিয়াই, তাক মাচে খাবলৈ অহাত সি জুপি চাই জাটিএৰে খুঁচি মাৰে।

অষ্ট্ৰেলিয়াৰ আদি বাসি পশু বৰ আচৰিত; আন দেসৰ নিচিনা প্ৰায়ে এটাও ন হই। কাঙ্গাৰু পশুতকৈ ডাঙ্গৰ জন্তু তাত নাই, সি হৰিনা পশুৰ সমান। মাইকি কাঙ্গাৰুৰ পেটত দুজাপ চাল; ওপৰৰ জাপ জোলোঙ্গাৰ নিচিনা, তাৰ ভিতৰত পোআলি সুমাই লৈ ফুৰে। নেগুৰেৰে বৰকৈ কোবাই, তাৰ কোবেৰে মানুহৰ ঠেঙ্গ ভাঙ্গিব পাৰে। জঁপিয়াই জপিয়াই ফুৰে; জাপত ১৫ হাত জাই। তাৰ মঙ্গহ খাবলৈ ভাল।

আৰু কুকুৰৰ নিচিনা এক জন্তু আচে; সি বৰ চোকা, কিন্তু নু ভুকে।

হাঁহঠুটিয়া নামে আন এবিধ বৰ আচৰিত জন্তু আচে; সি মেকুৰিৰ সমান ডাঙ্গৰ; হাঁহৰ দৰে ঠোঁট আৰু ভৰিৰ পতা; উদৰ নিচিনা সৰু নোম, আৰু প্ৰায়ে পানিতে থাকে। কনি পাৰি পোআলি জগাই, তথাপি উদৰ দৰে পোআলি পিয়াই। কুকুৰাৰ দৰে মতাৰ আল আচে; তাৰ ভিতৰত সাপৰ দৰে বিষ থাকে।

তাত বৰ এবিধ ধিত ৰাজ আচে; সি কলা বৰনিয়া। ইমু নামে উট চৰাই এবিধো আচে, তাৰ ওখই প্ৰাই ৫ হাত। তাত বাজে ভাটৌ, ককাটু আদি কৰি অনেক অনেক সুন্দৰ বৰনিয়া চৰাই আচে। ককাটুৰ নক্‌চা এই।



## জাত্রিকৰ জাত্রা, ১ আধ্যা ।

The Pilgrim's Progress, Chapter I.

এই জগতৰ অৰন্যৰ মাজত মই ফুৰি জাওতে জি এখন ঠাইত এটা গাঁত আছিল, এনে ঠাই পালোঁহি । তাতে পৰি সুই থা-কোঁতে এক সমাজিক দেখিলোঁ । সেই সমা-জিকত গাত ফটা চটা কাপৰ পিন্ধি, আপো-নাৰ ঘৰৰ ফাললৈ পিঠি দি, হাতত এখন পুথি ধৰি, পিঠিত বৰ গধুৰ বোকোচা বন্ধা থিয় হৈ থকা এটা মানুহক দেখিলোঁ । তাক চাই থাকোঁতে পুথি মেলি পৰ্হিবৰ দেখিলোঁ, আৰু পৰ্হি চাই সি কঁপি কঁপি কান্দিবলৈ ধৰিলে । পাচে আৰু মিজম দি থাকিব নো-ৱাৰাত সি বৰ অসন্তোস মাতেৰে এঁটাহ্ পাৰি বুলিলে, মই কি কৰিম!

এনে অৱস্থা হলত সেই মানুহ ঘৰলৈ গৈ আপোন লৰা তিৰোতাই মু বুজিবলৈ জিমান লৈকে পাৰিছিল, আপোনাৰ পেটত দুখ দমনকৈ ৰাখি থৈছিল; কিন্তু অসন্তোস বাৰ্হি গলত সৰহ কাল ৰাখিব নোআৰিলে; এই হেতুকে ক্রমে তিৰোতা আৰু লৰাৰ আগত পেট ভাঙ্গি এই ৰূপে কবলৈ ধৰিলে, বোলে, অ মোৰ প্রিয়া, আৰু মোৰ পেটৰ লৰাটিইত, তোমোলাকৰ অতি বেথাৰ মিত্তিৰ জি মই, মই সৰ্বনাস হৈচোঁ; কিয়নো মোৰ ওপৰত এটা বোজাই হৈছি ধৰি আছে; আৰু মই বাতৰা পাই স্বৰূপকৈ জানিচোঁ, আমাৰ এই নগৰ স্বৰগৰ জুইৰে পুৰি জাব; সাক্ষিবলৈ জদি কোনো উপাই নোলাই, সেই ভয়ঙ্কৰ বিনাসৰ কালত তুমি মোৰ ঘৈনি, আৰু মোৰ প্রিয় লৰাটিইত, তোমোলাকো মোৰে সৈতে বৰ দুখেৰে সৰ্বনাস হবা; এতিয়া হলে একো উপাই নে দেখোঁ । এই কথা সুনি তাৰ পৰিয়ালৰ বৰ উকমি লাগিল; তাৰ কথা স্বৰূপ বুলি পতিয়ালে, এনে ন হই; তাৰ মুৰত পাগল বায়ু সোমাই বলিয়া কৰা জানিলে । তাতে গধূলি বেলি হোআত টোপনিত মুৰৰ বায়ু সান্ত হব বুলি আসা



কৰি, বেগাই খাটত সুআই থলে । কিন্তু দিনত জেনে দুখ, ৰাতিও তেনে; এই কাৰনে টো-পানিএ ন ধৰি দিঘল নিস্বাস, চকুৰ লোএৰে নিসা নিয়ালে । পাচে ৰাতি পুআলত তো-মাৰ কেনে হৈছে বুলি সিইতে সুধিলে । সি কলে, বোলে, কেৱল বেয়া হৈহে গৈচোঁ । পা-চে সিইতক আগৰ কথা কবলৈ ধৰাত সিইতৰ টান মন হৈ আও কান কৰিলে; আৰু চোকা কঠিন বেৱহাৰেৰে ইয়াৰ ৰোগ গচাম বুলি মনেৰে পাঙ্গিলে; কেতিয়াবা তাক নিন্দা কৰে, কেতিয়াবা তাৰি দিএ, কেতিয়াবা এৰি তাৰে সৈতে একো ন কই । এই হেতুকে সিইতলৈ মৰম লাগি, সিইতৰ নিমিত্তে প্রাৰ্থনা কৰি-বলৈ আৰু আপোন দুখৰ সোক কৰিবৰ নিমিত্তে সি আপোনাৰ খোঁটালি সোমাই সোমাই থাকিবলৈ ধৰিলে । আৰু কেতিয়াবা পুথি পৰ্হি, কেতিয়াবা প্রাৰ্থনা কৰি, খেতি পথাৰত অকল সৰে ফুৰি ফুৰি থাকে । এই ৰূপে কেতখনি দিন কাল নিয়ালে ।

পাচে এখিনা পথাৰত ফুৰি আপোন আ-চাৰৰ ঘৰে পুথি পঢ়ি মনে বৰ অসন্তোস হোআ তাক দেখিলোঁ; আৰু পঢ়ি চাওঁতে আগৰ দৰে ফুটাই এটাহ্‌ পাৰি বুলিলে, পৰিত্ৰান পাবলৈ মই কি কৰিম? আৰু ইফা-লে সিফালে চাই দৰ মাৰি জাব খোজা জেন তাক দেখিলোঁ; কিন্তু কোন বাটে জাম, ইয়াক বুজিব নোআৰি ৰৈ আছিল। তে-তিয়া উপদেসক নামে এজন মানুহক তাৰ ওচৰলৈ জাবৰ দেখিলোঁ; সি তাক সুধিলে, বোলে, তুমি কিয় কান্দিচা? সি কলে, হে আতা, মোৰ হাতত জি পুথি আছে, তাৰে বুজিচোঁ, মই মৰিবলৈ দণ্ডৰ আগ্যা আছে, তাৰ পাচে সোধলৈ আহিব লগা; তাক কৰিবলৈ মোৰ ইচা নাই, ইয়াকো কৰিবলৈ সক্তি নাই, মই বিবেচনা কৰি ইয়াকে জানোঁ।

তেতিয়া উপদেসকে কলে, জিয়াই থাকোঁতে কত কত দুখ আছে, ইয়াকে দেখি, কিয় মৰি-বলৈ ইচা নাই? তাতে সেই মানুহে উত্তৰ কৰিলে, কাৰন এই, মোৰ পিঠিত জি ভাৰ আচে, সি মোক মৈদামতকৈ তললৈ নিব, আৰু মই পাতালত পৰিম, ইয়ালৈ মোৰ ভই। হে আতা মই জদি বন্দি সালত সোমাবলৈ জুগুত ন হঁও, তেন্তে সোধলৈ আৰু তাৰ পৰা দণ্ডলৈকো জাবলৈ কোনো মতে সমর্থ ন হঁও; এইবিলাক কথা ভাবিএই কান্দোঁ।

তেতিয়া উপদেসকে কলে, তোমাৰ জদি এনে অৱস্থা হই, কি কাৰনে থিয় হৈ ৰৈ আচা? সি উত্তৰ কৰিলে, কোন ফালে জাব লাগে, তাক মই নে জানোঁ। তেতিয়া উপ-দেসকে তাক এখন নুৰিওআ চাল দিলে; তাৰ ভিতৰ ফালে এনে লিখা আছিল, "আগলৈ হবঁ লগা ক্রোধৰ পৰা পলাই জাবা।" সি তাক পঢ়ি উপদেসকলৈ একে ঠৰে চাই সুধিলে, কোন ফাললৈ পলাব লাগে? তাতে উপদেসকে এখান বহল পথা-ৰৰ সি কাললৈ আঙুলিৰে পোনাই দেখুআই বুলিলে, সৌ থন সক দুআৰ দেখিচা নে? সি কলে, নে দেখোঁ। তেতিয়া আকও সুধি-লে, সৌ খিন্তে জলি থকা দিপ্তি; তাক দে-খিচা নে? সি বুলিলে, মই দেখোঁ জেন কৰে। তেতিয়া উপদেসকে কলে, সেই দিপ্তি তোমাৰ চকুত লগাই ৰাখি তালৈ পোনাই গৈ থাকিবা, তেন্তে দুআৰ দেখিবা; তাত চপৰিয়ালে তুমি কি কৰিব লাগে, তাক তোমাত কোআ জাব।

সেই ৰূপে মই সমাজিকত দেখোঁতে সেই মানুহে লৰিবলৈ ধৰিলে। আপোনাৰ ঘৰৰ পৰা বৰ আঁতৰ নৌ হঁওতে লৰা তিৰোতাই তাক জোআ দেখি, বিজ্ঞিয়াই বিজ্ঞিয়াই উভতি আহিবলৈ মাতিলে; কিন্তু সি কানত সোপা দি, পৰম আয়ুস, পৰম আয়ুস, অনন্ত পৰম আয়ুস বুলি লৰি গৈ, পাচলৈ নে চাই পথা-ৰৰ মাজলৈ পলাই গল।

আৰু সেই মানুহৰ চুবুৰিয়া চিনাকিবোৰে তাক চাবলৈ ওলাই, এই ৰূপে লৰিবৰ দে-খি, কোনো কোনোএ ইতিকিন্ন কৰিলে, কেতবোৰে ভই দেখাই ধমকাৰ ধৰিলে, কেতবোৰে বিল মাৰি উভতি আঁহা বুলি মাতিলে। সিইতৰ মাজত দুজনে বলেৰে সৈতে তাক ধৰি আনিবলৈ ঠাৱৰ কৰিলে; সিবিলাকৰ এটাৰ নাম মইমতালি, এটাৰ নাম তৰল। তেতিয়া সেই মানুহ তাৰ পৰা বৰ দুৰ হল; কিন্তু সেই দুজনে খেদিবলৈ মন থিৰ হৈ তাৰ পাচে পাচে লৰি গৈ অলপ কালতে তাৰ ওচৰ পালেগৈ। তেতিয়া সেই মানুহে সিবিলাকত সুধিলে, বোলে, হেৰ চুবুৰিয়া লোক, কি কাৰনে আহিচাইক? তাতে সিইতে কলে, আমাৰ লগত উভতি জাবলৈ তোমাক মিনতি কৰিবৰ নিমিত্তে আহিচোঁ। কিন্তু সি বুলিলে, সেই কথা কে-তিয়াও হব নোআৰে; কিয়নো জি নগৰত ময়ো জনম পালোঁ, সেই বিনাস নগৰত তো-মোলাক থকা; সি নষ্ট হব লগা, ইয়াক মই এতিয়া নিচয়ে জানোঁ। তোমোলাকে তাত থাকি কাল ক্রমে মৰিলেই, মৈদামত-কৈও তল হোআ গন্ধক আৰু অগ্নি থকা

ঠাইত পৰিবাগে। এই কাৰণে মোৰ প্ৰিয় চুবুৰিয়াবিলাক, এই কথাত মনজুৰ হৈ মোৰ লগত চলি আঁহাইক।

তাতে মইমতালিএ বুলিলে, কি! আমাৰ মিতিৰ, কুটুম, সুখ ভোগ আটাইকে এৰি তোমাৰ লগত জাম নে? তেতিয়া সেই মানুহ, (জাৰ নাম খ্ৰিষ্টিয়ান,) সি এই উত্তৰ কৰিলে, হই, ভাই, এৰিব লাগে; কিয়নো মই জি সুখ ভোগ বিচাৰিচোঁ, তাৰ একন মানেৰেও তোমোলাকে এতিয়া ভোগ কৰা সকলো বস্তু তুলা কৰিবলৈ জোগ্য ন হই। তোমোলাক মোৰ লগত জদি জোআ, আৰু এই পথতে থাকা, তেন্তে মোৰে সৈতে সেই সুখ ভোগৰ সমান ভাগি হবা; কিয়নো জি ঠাইলৈ জাওঁ, তাতে সকলোলৈ অঁটা বস্তু আৰু তাতকৈও অধিক আছে। আঁহা, মোৰ কথা মিচা নে সঁচা, তাৰ প্ৰমান দেখিবাইক।

মইমতালিএ বোলে, বাৰু, তুমি জি বস্তু পাবৰ নিমিত্তে সকলোকে এৰিচা, সেই সেই বস্তু কি?

খ্ৰিষ্টিয়ান ! মই জি বিচাৰি গৈচোঁ, সেয়ে অখই, আৰু নিৰ্ম্মল, আৰু অমৰ অধিকাৰ বাৰ; তাক স্বৰগত সাঁচি থোআ হৈচে; জিবিলাকে বিচাৰে, সিবিলাকক নিজোজন কৰা সময়ত তাক দিয়া হবৰ নিমিত্তে নিৰ্ব্বিঘিনি ৰূপে ৰখা হৈচে। জদি দেখিব খোজা, তেন্তে মোৰ পুথি পৰ্হি চোআ।

তাতে মইমতালিএ বুলিলে, থুচ, তোৰ পুথি থন পেলাই দে; আমাৰ লগত উভতি আহিবি নে নাহিবি, তাকে ক।

সি উত্তৰ দিলে, মই জাব নোআৰোঁ, কিয়নো নাঙলত মোৰ হাত দিয়া হল।

মইমতালি। তেন্তে আঁহা, তৰল ভাই, ইয়াক এৰি গুচি জাওঁ; এনে এবিধ বাতুল ভাঁবি খোআ মানুহ আছে; সিহঁতে জেতিয়া মনত কোনো কথা ধৰে, তেতিয়া কাৰ্জ্জৰ কাৰন দেখুআব পৰা সাতো জনতকৈ সিহঁত আপোনাৰ দ্ৰিষ্টিতে গিয়ানি হই।

তাতে তৰলে কলে, নিন্দা ন কৰিবা, ভাই; এই উত্তম লোক খ্ৰিষ্টিয়ানে কোআ কথা জদি সঁচা হই, তেন্তে সি জি বস্তু বিচাৰিচে, সেয়ে আমাৰ বস্তুতকৈ উত্তম; চুবুৰিয়াৰ লগত জাবলৈ মোৰো মন গৈচে।

মইমতালি। কি! আৰু এনে বলিয়া মানুহ আছে নে! মোৰ কথা সুনি উভতি আঁহা। এনে পাগল মানুহে তোমাক কলৈ নিব, কোনে কব পাৰে! ঘুৰি আঁহা, ঘুৰি আঁহা, গিয়ান ৰূপে কৰা।

খ্ৰিষ্টিয়ান। ন হই, ন হই, তৰল বন্ধু, মোৰ লগত আঁহা; মই জি জি কথা কৈচিলোঁ, তাৰ বাহিৰেও অনেক অনেক ঐশ্বৰ্জ্জ আছে। মোৰ কথাত জদি বিশ্বাস ন কৰা, তেন্তে এই পুথি পৰ্হি চোআ; আৰু তাৰ ভিতৰত জি জি লিখা আছে, সি সত্য হোআৰ প্ৰমানৰ নিমিত্তে চোআ, জি জনে তাক ৰচনা কৰিলে, তেঁও আপোনাৰ তেজেৰে তাক নিচই কৰিলে।

তেতিয়া তৰলে বুলিলে, হেৰা মইমতালি ভাই, মোৰ মন প্ৰায়ে থিৰ হল; এই সাধু লোকৰ লগত জাবলৈ মোৰ ইচা হৈচে; তেঁওৰ জি দসা, মোৰো সেই দসা হব। কিন্তু হে সগৰ সখি, সেই বাঞ্চিত ঠাইলৈ তুমি বাট জানা নে?

খ্ৰিষ্টিয়ান। উপদেসক নামে একন মানুহে আমাৰ আগত থকা জি এখন সৰু দুআৰ, তালৈ মোক বেগাই জাবলৈ দিলে, তাতে আমি বাটৰ কথা সিকিবলৈ পাম।

তৰল। তেনে হলে আঁহা ভাই, আমি জাওঁ। তাতে দুয়ো একে লগে জাবলৈ ধৰিলে; কিন্তু মইমতালিএ কলে, ময়ো আপোনাৰ ঠাইলৈ গুচি জাম; এনে অগিয়ান মানুহৰ লগ হবলৈ মোৰ ইচা নাই।

পাচে মই সেই সমাজিকত চাই দেখিলোঁ, মইমতালি উভতি গলত খ্ৰিষ্টিয়ান আৰু তৰলে পথাৰে দি জাওঁতে জাওঁতে কথোপকথন কৰি ইজনে সিজনে কথা কবলৈ ধৰিলে।

খ্ৰিষ্টিয়ান। হেৰা ভাই তৰল, এতিয়া

তুমি কেনে হৈ আচা? তুমি মোৰ লগত গমন কৰিবলৈ ধৰাত মোৰ বৰ আনন্দ। পৰলোকৰ জি কথা এতিয়া অদৃস্য হই, তাৰ প্ৰতাপ আৰু ভই মই জি ৰূপে মনত গম পালোঁ, সেই ৰূপে মইমতালিএও গম পোৱা হলে, সি এইমান বেগতে আমাৰৈ পিঠি দি গুচি ন গলহেঁতেন।

তৰল। হেৰা প্ৰিয় সখি খ্ৰিষ্টিয়ান, আমি দুইৰো বাহিৰে ইয়াত আন কেও নাই দেখি, আমি জি ঠাইলৈ গৈচোঁ, তাৰ কি বস্তু আৰু কি প্ৰকাৰে তাক ভোগ কৰিম, এই সকলোকে কিচু বহল ৰূপে মোক বুজাই দিয়া।

খ্ৰিষ্টিয়ান। সেই সকলো কথা মুখেৰে কোআতকৈ মনেৰে মই ভালকৈ বুজিব পৰোঁ; তথাপি তুমি সুনিবলৈ ইচা কৰা দেখি. মোৰ পুথিৰ পৰা তাৰ কিচুমান কথা পঢ়ি সুনাম।

তৰল। কিন্তু তোমাৰ পুথিত জি লিখা আচে, সেই কথাবিলাক নিচয়ে স্বৰূপ বুলি জানিচা নে?

খ্ৰিষ্টিয়ান। হয়, তাক মই নিচয়ে জানোঁ; কিয়নো জি জনে মিচা কব নোআৰে, তেঁওৰ দোআৰাই এই পুথি কৰা হৈচে।

তৰল। ভাল কৈচা; তেনে হলে সেই ভোগ কৰিব লগা কি কি বস্তু আচে?

খ্ৰিষ্টিয়ান। বসতি কৰিবলৈ অনন্ত ৰাজ্য আচে; আৰু আমাক দান কৰিবৰ নিমিত্তে অনন্ত পৰম আয়ুস আচে; সেই ৰাজ্যত আমি সৰ্ব্বকালে নিবাস কৰি থাকিম।

তৰল। ভাল কৈচা; আৰু কি?

খ্ৰিষ্টিয়ান। আৰু আমাক পিন্ধাই দিবলৈ তেজৰ্ম্বি কিৰিটি, আৰু জি বস্ত্ৰে আকাসত থকা সুৰ্জ্জৰ নিচিনাকৈ আমাক কান্তিমন্ত কৰিব, এনে বস্ত্ৰও আচে।

তৰল। এই সকলো অতি উত্তম; তাত বাজে আৰু কি কি আচে?

খ্ৰিষ্টিয়ান। তাত ক্ৰন্দন বা কোনো দুখৰ লেসু ন হব; কিয়নো সেই ঠাইৰ জি জন গৰাকি, তেঁও আমাৰ সকলো চকুৰ লো মচি গুচাব।

তৰল। আৰু তাত আমাৰ লগৰ নিবাসি কোন কোন হব?

খ্ৰিষ্টিয়ান। ছিৰিবিলাকক চাবলৈ তোমাৰ চকুত জলক ধৰে, এনে চিৰাফ আৰু কিৰুব দূত সকল আচে; আৰু আমাৰ আগেয়ে তালৈ জোআ হেজাৰ হেজাৰ, অজুত অজুত লোকে সৈতে দেখা দেখি হম; সিবিলাকৰ মাজত কোনো হিংসক নাই, সকলোএ মৰম ৰেখা কৰোঁতা আৰু পবিত্ৰ; ইস্বৰৰ সাখ্যাতে অহা জোআ কৰে, আৰু অনুগ্ৰহৰ পাত্ৰ হৈ তেঁওৰ আগত সৰ্ব্বদাই থাকে। তাত বাজে সোনৰ কিৰিটি পিন্ধা বৃধ লোক, আৰু সোনৰ বিন বোআ পবিত্ৰ কন্যাবিলাককো দেখিবলৈ পাম; আৰু সেই থানৰ প্ৰভুলৈ প্ৰেম কৰাৰ কাৰনে জি মানুহবিলাক জগতৰ লোকৰ দোআৰাই ডোখৰ ডোখৰকৈ কটা গৈচিল, জুইত পোৰা, বা জন্তুএ খোআ, বা সাগৰত পেলোআ হৈ মৰিল, সেই সকলোবিলাক সুখি হৈ বস্ত্ৰ পিন্ধা দি অমৰনক পিন্ধি থকা দেখিম।

তৰল। অস, এনে কথা সুনা মাত্ৰকে আনন্দেৰে মন পুলকিত হল। কিন্তু ভাই, সেই সুখ ভোগ কৰিবলৈ পাম নে? আমি তাৰ ভাগি কি উপায়েৰে হব পাৰিম?

খ্ৰিষ্টিয়ান। সেই দেসাধিকাৰ প্ৰভুএ এই পুথিত তাক লিখাই দিচে; তাৰ পৰমাৰ্থ এই, সেই সুখ পাবলৈ আমি জদি স্বৰূপকৈ ইচাহে কৰোঁ, তেন্তে তেঁও তাক বিনামোলে দিব।

তৰল। বাৰু, প্ৰিয় সখি, এই কথা সুনাত মোৰ বৰ আনন্দ; আঁহা, বেগাই জাওঁহক।

খ্ৰিষ্টিয়ান। ভাই, মোৰ পিঠিত থকা বৰ গধুৰ বোকোচাৰ নিমিত্তে ইচাৰ দৰে বেগাই জাব নোআৰোঁ।

তেতিয়া মোৰ সেই সমাজিকত দেখিলোঁ, দেখোঁ, সিহঁতে কথোপকথন কৈ এটালতে পথাৰৰ মাজৰ বৰ দলদলনি এডোখৰৰ ওচৰ পাই মন ন কৰাকৈ অকস্মিতে সেই

উহত পৰি বোকাত লাগি থাকিল । সেই দলদলনিৰ নাম নিৰ্ভাৰসা; তাতে সিহঁতে কেতখনি কাল থপ থপাই বগাই জোআত গোটেই গা বোকা হল; আৰু খ্ৰিষ্টিয়ানৰ পিঠিত গধুৰ বোকোচা থকা কাৰনে ক্ৰমে দকৈ সোমাবলৈ ধৰিলে ।

তেতিয়া তৰলে সুধিলে, বোলে, হেৰা সখি খ্ৰিষ্টিয়ান, এতিয়া হলে কত আচা?

খ্ৰিষ্টিয়ান । হই ভাই, কত পৰিলোঁ, মই কব নোআৰোঁ ।

তাতে তৰলে বেজাৰ পাই সখিএকক খঙ্গ কৰি বুলিলে, জি সুখৰ কথা এইমান বেলি কৈ আচিলা, সেইটো হই নে? প্ৰথমতে জাত্ৰা কৰিবলৈ ধৰাতেই জদি এনে দুৰাৱস্থা হই, তেন্তে সেস ন হই মানে কিমান দুৰ্গতি সহিব লাগিব? এই বেলি জদি প্ৰান ৰখা পাই ওলাব পাৰিম, মই ভাগি নো হোআকৈ তুমি অকলেই সেই সুন্দৰ ৰাজ্য ভোগ কৰিব পাৰিবা । এই কথা কৈ সি বলেৰে দুই এক বাৰ জঁপিয়াই দলদলনিৰ জিটো পাৰে তাৰ ঘৰ আচিল, সেই পাৰলৈ ওলাই গুচি গল; পাচে খ্ৰিষ্টিয়ানে আৰু তাক নে দেখিলে ।

এই ৰূপে খ্ৰিষ্টিয়ান এৰা হলত, অকলে সেই নিৰ্ভাৰসা দলদলনিত বাগৰি ফুৰি আচিল; তেও সি আপোনাৰ ঘৰৰ পৰা দুৰ হোআ জি পাৰত সৰু দুআৰ আচিলে, সেই পাৰেহে উঠিবলৈ স্ৰম কৰিলে । ক্ৰমে বামৰ ওচৰ পালেগৈ; কিন্তু বোকোচাৰ কাৰনে উঠিব নোআৰিলে । তেতিয়া মই সমাজিকত চাই দেখিলোঁ, উপকাৰক নামে এজন মানুহ তাৰ ওচৰলৈ গৈ সুধিলে, ইয়াত তুমি কি কৰিচা?

তাতে খ্ৰিষ্টিয়ানে উতৰ কৰিলে, হেৰা দেও, আগলৈ হব লগা ক্ৰোধৰ পৰা পলাই জাবৰ নিমিত্তে উপদেসক নামেৰে এজন লোকে সৌ খিন্তে থকা সৰু দুআৰলৈ জাব দিলে; তালৈ জাওতে এই বোকা খনত পৰিলোঁ ।

উপকাৰক । পাৰি দিয়া গৰ নি বিচাৰিলা কিয়?

খ্ৰিষ্টিয়ান । ভয়েৰে পলাই, পোনে জি বাট পালোঁ, সেই বাটে আহি দত পৰিলোঁ ।

উপকাৰক । তেনে হলে মোক হাত দিয়া । তাতে সি হাত দিলত উপকাৰকে ধৰি সুকান মাটিত তুলি থৈ, তুমি আপোনাৰ বাটে জোআ বুলি কলে ।

তেতিয়া তাক তোলা জনৰ ওচৰলৈ মই গৈ সুধিলোঁ, হে আপ, বিনাস নগৰৰ পৰা সৌ সৰু দুআৰলৈ জোআ বাট এই পোনে আহিচে দেখি, দুখিয়া জাত্ৰিকে নিৰ্বিঘিনিএ জাবৰ নিমিত্তে এই ভোখৰ মাটি কি কাৰনে ভাল কৰা ন হল?

তেতিয়া তেঁও কলে, এই বোকা ঠাই ভাল কৰিবলৈ অসাধ্য; মাটি কি কাৰনে এইমান বেয়া, তাক কওঁ, সুনা । পাপ চিন্তাকুলৰ পৰা জি মলি ফেন আদি কৰি ওলাই, অৰ্থাত কোনো পাপিএ চেতনা পাই আপোনাৰ অপৰাধ আৰু নৰকৰ জোগ্য দোস জানিলত তাৰ মনত জি ভই, নিৰসা, আৰু আকুল হোআ সংসই জনমে, সেই সকলো চাৰিও ফালৰ পৰা বৈ, সদাই এই চাপৰ ঠাইত গোট খাই পৰেগৈ; তাৰ কাৰনে নিৰ্ভাৰসা দলদলনি বোলে ।

এই ভোখৰ মাটি এই ৰূপে বেয়া হৈ থাকিবলৈ ৰজাৰ ইচা নাই; আৰু ৰাজ বৰ ৱৰাৰ আগ্যাৰ দোআৰাই তেঁওৰ বনুআৰিলাকে তাক কিচু ভাল কৰিব পাৰে কি চাবে, এই নিমিত্তে সোলে স নচৰতকৈ অধিক কাল এই সৰু ভোখৰ মাটিত বন কৰি আচে; ইয়াত খোআ বস্তু একুৰি হেজাৰ গাঁৰিৰ বোকাতকৈ কম ন হই, তাক মই নিচয়ে জানোঁ; হই, তাক নিবহ কৰিবৰ নিমিত্তে ৰজাৰ অধিন হোআ সকলো ঠাইৰে পৰা লাখ লাখ উতম উপদেসকে আনি ইয়াত সৰ্বকালে দিয়া হৈচে; আৰু তান মাটি কৰিবলৈ তাতকৈ ভাল বস্তু নাই বুলি জনা লোকে কই; কিন্তু এতিয়ালৈকে নিৰ্ভাৰসা

দলদলনি হৈ আছে; আৰু সিইঁতে জি জি ন কৰোক, তেও এই দৰ হৈ থাকিব।

বিধান কৰ্তাৰ আগ্যাৰে এই দলদলনিৰ মাজে দিও কেতবিলাক ভাল সকত গৰ পাৰি থোআ হৈছে হই; কিন্তু বতৰ বেয়া হোআ কালত এই ঠাইতে মলি কেন অধিককৈ বাঢ়ি জোআৰ প্ৰায়ে গৰ দেখা নে জাই; তথাচ ৰেখিবলৈ পালেও ঘুৰ ফুৰনি ধৰাত মানুহে আঁতৰতে ভৰি দি তলত পৰে; এই ৰূপে গৰ থাকিলেও বোকাত মগ্ন হৈ জাই। কিন্তু দুআৰৰ ভিতৰত সোমাব পাৰিলে মাথোন তাৰ পৰা মাটি ভাল।

এই ৰূপে সমাজিকত চাই থাকোঁতে সেই সময়ত তৰলে আপোনাৰ ঘৰ আকও পোআ দেখিলোঁ; তাতে তাৰ চুবুৰিয়াবিলাকে দেখিবলৈ গোট খাই কেতবোৰে তাক উত্তি অহা দেখি বুধিমন্ত মানুহ বুলি কলে; খ্ৰিষ্টিয়ানৰ সগ লৈ প্ৰান সঙ্কটত পেলোআৰ কাৰনে কেতবোৰে তাক অজলা বুলিলে; আন কোনোএ তাৰ একো সাহ নাই দেখি নিন্দা কৰিব ধৰিলে, বোলে, জাত্ৰাৰ আৰম্ভন কৰিবলৈ তুমি সাহিয়াল হৈ আছিলা; মই সেই দৰে কৰা হলে অলপমান দুখ পোআৰ কাৰনে হহকি আহিবলৈ এইমান অধম ন হলোঁহেঁতেন। এনে কথা সুনি তৰলে লাজ পাই তল মুৰ কৰি সিইঁতৰ মাজত বহি থাকিল; কিন্তু পাচে সি অলপমান সাহ পালত সিইঁতে তাৰ কথা এৰি, সাধ্যাত নো হোআ জি খ্ৰিষ্টিয়ান, তেঁওক নিন্দা কৰিবলৈ ধৰিলে। তৰলৰ বিবৰনত এই কথা মাথোন। ॥





বনুআ গামৰ বিবৰন।

The Warrior Chief.

মথিএ লিখা সাস্ত্ৰৰ ১১ আধ্যাৰ ২৯ পদত আমাৰ প্ৰভু য়িচু খ্ৰিষ্টে এই ৰূপে কলে, মই নম্ৰ আৰু কোমল মন হৈছোঁ, এই হেতুকে তোমোলাকে মোৰ মুখে সিখ্যা পোআহি; তাতে তোমোলাকে মনত জিৰনি পাবা। প্ৰভুক জি লোকে প্ৰিতি কৰে, সেইবিলাক তেঁওৰ নিচিনা নম্ৰ হবলৈ, আৰু তেঁওৰ অনুগ্ৰহৰ দোআৰাই মেৰ পোআলিৰ দৰে সান্ত হবলৈ [illegible]ন কৰি থাকে। দেও পুৰুকবিলাকৰ ম[illegible]ৰা কেতবিলাকে সাস্ত্ৰৰ কথা সুনাৰ পাচে সেই ৰূপে নম্ৰ হৈ জাই; চোকা চালি বনুআবিলাকেও সাস্ত্ৰৰ দোআৰাই পুৰনি স্বভাও এৰি, সান্ত, মৰমিয়াল, আৰু মিল কৰোঁতা হল। আৰু জিবিলাকে বনত লোকক বধ কৰি ভাল পাইছিল, সিবিলকেও মিস্যনেৰি পাদুৰি চাহাবৰ পৰা উপদেস পাই নতুন মন হলত, ঠায়ে ঠায়ে ইস্কুলত সিখ্যা পোআ বা সিখ্যক হৈ আছে।

দখিন সাগৰৰ এটা মাজুলিত মাহিনা নামে এজন বনুআ গাম আছিল, তেঁওলৈ আপোনাৰ মাজুলিৰ মানুএহে ভই কৰে, এনে ন হই; তাৰ চাৰিও ফালৰ আন আন মাজুলিত থকা মানুহেও তেঁওক মহা ভয়ানক সত্ৰু মানি ভই কৰি আছিল। আৰু ঠায়ে

ঠায়ে যি বৰ ওলাই, তালৈকো তেঁওক সহাই হবলৈ মাতি নিএ। তাতে সেই ঠাইৰ ডেকা বুঢ়া অনেক অনেক মানুহক তেঁওৰ জাঠিএৰে খুঁচি বিন্ধি মাৰিলে। আৰু তেঁও জাৰ জাৰ তেজ উলিয়ালে, তাৰেই তেঁওৰ দেৱতাবিলাক সন্তুষ্ট হোআ বুলি বুজি, মানুহক মাৰিবলৈ মন বৰকৈ উচাহি হই।

পাচে মাহিনা গাম থকা মাজুলিত মিস্যনেৰি চাহাৰ লোকে কিৰ্ত্তন কৰিবলৈ জোআত, সেই মাহিনায়ো সুভ বাত্ৰাৰ কিৰ্ত্তন সুনিলেহি; আৰু সাস্ত্ৰৰ অৰ্থ মনত সোমাই, পবিত্ৰ আত্মাৰ দোআৰাই তেঁও মন পালটাই নতুন মানুহ হল। পাচে তেঁওৰ দেৱতাৰ অসোভা মুৰ্ত্তিবোৰ ভাঙ্গি চিঙ্গি পেলালে; আৰু তেঁওৰ মন সৰু লৰাৰ নিচিনা অতি নম্ৰ হল। তেঁও খ্ৰিষ্টিয়ান ধৰম লবৰ পৰা বুঢ়া হৈ ২০ বছৰ মান জিয়াই আছিল।

সূৰ্জ্জ উদই হৈ ওখ পৰ্বতৰ টিঙ্গত প্ৰকাস পৰাতে, জি ইস্কুল পৰ্বতৰ দাঁতিত আছিল, তালৈকে মাহিনা নিতৌ নিতৌ গৈ, ধৰম



সাস্ত্ৰৰ অৰ্থ সিকে; আৰু তাৰ পৰা আহি সৰু লৰাৰ ইস্কুলত সোমাই, সেই ধৰমৰ কথা লৰাবিলাককো বুজাই দিএহি। আৰু কেতিয়াবা ই ঘৰ সি ঘৰতো সোমাই বৰ চেনেহ প্ৰিতিএৰে সিকাই ফুৰে। পাচে এখান সৰু জাহাজ সাজি, এজন মিস্যনেৰি চাহাবে সৈতে তাতে উঠি মাজুলিবোৰত ই পাৰ সি পাৰ হৈ সুভ বাত্ৰা কিৰ্ত্তন কৰি ফুৰিছিল। আগেয়ে হলে তেঁও বনুআ নাৱত গৈ মানুহক যুধ কৰি ঘৰত জুই দিছিল, আৰু লৰা, বুঢ়া, আটাইকে মাৰিছিল; কিন্তু এতিয়া সৰু জাহাজত উঠি চাহাবে সৈতে অতি দায়াৰে প্ৰভু য়িচু খ্ৰিষ্টৰ মৰমৰ কথা সিবিলাকক আৰু লৰাইতক সিকাই ফুৰাত সিহঁতে দেখি অতি বিস্মই মানিলে।

পাচে জেতিয়া তেঁও নৰিয়া পৰিল, তেতিয়া আপোনাৰ ঘৰৰ আৰু গাঁয়াবিলাকক মাতি বিদাই লৈ, বিসেসকৈ কিবা কিবি আগ্যা দিলে। আৰু এজন মিস্যনেৰি চাহাবে তেঁওক চাবলৈ গৈ সুধিলে, এতিয়া তোমাৰ মৰন ওচৰ হল, তোমাৰ মন কেনে হৈছে? তেঁও বুলিলে, মোৰ ভই নাই, প্ৰভু য়িচু খ্ৰিষ্টৰ বস্তু ঠাই আছে; মোৰ আন আস্ৰই নাই, প্ৰিথৱিৰ আটাই বস্তু আৰু সকলোকে বিদাই দিলোঁ, এতিয়া প্ৰভুএ মোক নিবৰ নিমিত্তে মই বাট চাই প্ৰাৰ্থনা কৰি আছোঁ; এই দৰে কৈ প্ৰান চাৰি গল। সেই ৰূপে মহা বনুআ মাহিনা মৰিল; আগেয়ে দেও পূজকবিলাকৰ মাজত অতি প্ৰধান, আৰু মাজুলিত থকা মানুহ সকলক ভই দিওঁতা হৈছিল; কিন্তু খ্ৰিষ্টিয়ান ধৰম লোআৰ পাচে তেঁও প্ৰভুৰ সিস্যবিলাকৰ মাজত তাতকৈও প্ৰধান, বৰ বিস্বাসি, মৰমিয়াল, নম্ৰ আৰু প্ৰেমমই হল।

সাস্ত্ৰত এই ৰূপে লিখা হৈছে, নম্ৰ হোআবিলাক ধন্য; প্ৰভুএ নম্ৰ হোআবিলাকক পৰিত্ৰানেৰে ভুসিত কৰিব। ক্ৰোধ আৰু অহঙ্কাৰ কৰা মন ইস্বৰৰ আগত ঘিন লগা; কিন্তু নম্ৰ ভাও আৰু সৰু মন তেঁওৰ দ্ৰিষ্টিতে বহু মুল্য। এনে মন আমাৰ হিত হই, আৰু তাৰে লোকৰ থঙ্গ হিংসা সহি থাকি সিবিলাককো হিত কৰিবলৈ আমাৰ সক্তি হই। আমাৰ প্ৰভু য়িচু খ্ৰিষ্টে এই ৰূপে কৈছে, তোমোলাকৰ সত্ৰুকু প্ৰিতি কৰা; জি লোকে তোমোলাকক সাও দিএ, সিবিলাকক আসিৰ্বাদ কৰা; জিবিলাকে তোমোলাকক ঘিনাই, সিবিলাকৰ হিত কৰা; জিবিলাকে তোমোলাকক নিন্দা আৰু তাৰনা কৰে, সিবিলাকৰ নিমিত্তে প্ৰাৰ্থনা কৰা; তাতে তোমোলাকৰ ৰবগত থকা পিত্ৰিৰ সন্তান হবা।

হে মোৰ প্ৰিয়বিলাক, এই সক কিতাপ পঢ়া জি তোমোলাক, তোমোলাক সকলোএ মাহিনা গামৰ ঘৰে সক নম্ৰ হৈ সাস্ত্ৰৰ কথা সুনা; প্ৰভু য়িচু খ্ৰিষ্টত বিস্বাস কৰা, পাপৰ পৰা মন পালটাই, তেঁওৰ তেজৰ প্ৰাচিত্তেৰে খেমা পাবলৈ প্ৰাৰ্থনা কৰা মাহিনাৰ যি চিনাকৈ লোকক সিকাবলৈ কাৰ্বাৰি হোআ তেনে কৰিলে, তোমোলাকৰ স্বৰগত থকা পিত্ৰিৰ পুত্ৰ হবা; আৰু মাহিনাৰ নিচিন মৰনত ভই গুচিব, মৰিলেও তেঁওৰ আৰু সাধুবিলাকৰ আৰু ধৰম দুতৰ সগত, পিত্ৰি আৰু পুত্ৰৰ সিংহাসনৰ আগত ধন্য গিত গাই স্তুতি কৰিবলৈ স্বৰগত গ্ৰহন কৰা হব।

## ৰাতিৰ বিবৰন !

**Description of Night.—From Young Assam.**

মহিমাৱন্ত সুৰ্জ পচিমে অস্ত হৈচ, ৰাতিৰ নিয়ৰ পৰিচে, আৰু বায়ুৰ তপত গুচি সিতল হৈচে।

ফুলবোৰ মুদ গৈ ঠাৰিত ওলমি আচে: কুকুৰা পোআলিবোৰ মাইকিৰ পাখিৰ তলত একে লগে সুইচে, আৰু মাইকিএও সুইচে।

সৰু সৰু চৰাইটিইতে মাতিবলৈ এৰি, পিচ ফালে পাখিত মুৰ দি গচৰ ঠালত সুইচে। মৌৰ বাহতো মৌৰ গুন গুনি নু সুনি; সিইতে বন কৰি মমৰ বাহত সুইচে।

মেৰ চাগবোৰে গাৰ নোম পাৰি সুই আচে, আৰু সিইতৰ মাত পথাৰত নু সুনি। কাৰো সবদ নাই; লৰাই খেমালি কৰা, মানুহে খোজ কৰ্হা, বা ইফালৰ পৰা সিফাললৈ অহা জোআ কৰা, একোকে নু সুনি।

কমাৰৰ নিয়াৰিত হাঁতুৰিৰ কোৰ নু সুনি আৰু সুতাৰৰ কৰতবো সবদ নাই। সকলো মানুহ বিচনাত নিন্দ্ৰম দি পৰি আচে, আৰু লৰাও মাকৰ বুকত সুই আচে।

আকাস প্ৰিথিবি সকলো এন্ধাৰ, আটাইবোৰ চকুএ মুদ গৈচে, আৰু সকলো হাতেই মনে মনে আচে।

জেতিয়া সকলোএ নিদ্ৰাত থাকি আপোনা আপুনি ৰখ্যা কৰিব নোআৰে, আৰু বিপদ হৈচে নে নাই, তাকো নে দেখে, তেতিয়া সিইতক কোনে ৰখ্যা কৰে?

জি কেতিয়াও নো সোএ, এনে এটি চকু আচে; জেনেকৈ দিনৰ পহৰতো, তেনেকৈ এন্ধাৰ ৰাতিতো জি দেখে, এনে এটি চকু আচে। সুৰ্জৰ বা চন্দ্ৰৰ পহৰ ন হলে, ঘৰৰ ভিতৰত চাকি নে থাকিলে, আৰু আকাসতো এটি তৰাও ন হলে, সেই চকুএ সকলো ঠাইতে দেখে, আৰু প্ৰিথিবিৰ সকলোকে ৰাখে।

জি চকুএ কেতিয়াও নো সোএ, সেই চকুৱেই ইস্বৰৰ। আমাক ৰাখিবলৈ আমাৰ ওপৰত তেঁওৰ হাত সদাই মেলি আচে। আমাৰ ভাগৰ লাগিলে, জিৰাবৰ নিমিত্তে ইস্বৰে টোপনি সৃজিচে, আৰু আমি সুবলৈ ৰাতি কৰিচে।

বনুআই ভাগৰ পাই, আৰু সকলো লৰা আৰু কিট পতঙ্গ ইত্যাদি সকলোএ নিৰ্ভয়ে সোএ, কিয়নো ইস্বৰে সকলোকে ৰাখে।

তুমিও সোআ, কিয়নো তেঁও কেতিয়াও নো সোএ। তুমি নিৰ্বিঘিনিএ চকু মুদা, কিয়নো তোমাক ৰখ্যা কৰিবলৈ তেঁও সদাই চকু মেলি আচে।

জেতিয়া এন্ধাৰ গুচি ৰাতি পুআ সুৰ্জৰ দিপ্তি তোমাৰ চকুত পৰে, তেতিয়া ইস্বৰৰ প্ৰসংসাৰে দিনটো আৰম্ভ কৰিবা। তুমি জেতিয়া সোআ, তেতিয়া তোমাৰ চিত্তে ইস্বৰৰ ধন্যবাদ কৰোক, আৰু জেতিয়া উঠা, তেতিয়াও তোমাৰ মুখে তেঁওৰ গুন গাওক।



## পুৰনি অসম বুৰঞ্জি, নং ৬ ।

Dibingia Raja.—Chutia War.

ঐওৰে পুত্র চুহুংফা গোহাঁই দেও ৰজা হল; ঐওকেহে দিহিঙ্গিয়া ৰজা দেও বোলে। ৰজা দেৱৰ বৰ পিতেক চুক্লংফা গোহাঁইক তিপাম ৰজা পাতিলে। বৰ মাজু পিতেক চুলেঙ্গ গোহাঁইক চাৰিঙ্গ ৰজা পাতিলে। ঐওকে দেও ৰজাও বুলিছিলে। সৰু মাজু পিতেক চুতেঙ্গ গোহাঁইক নামৰূপিয়া ৰজা পাতিচে। সৰু পুতেক চুখেুঙ্গক মেল নি দিয়াকৈ থলে। পাচে ৰজা দেৱে লাকনি প্লেক মিত (১৬) সঁকত থাওমুংনাংবাংনইকে ত্যাও চুলুংখামপেঙ্গ, এই দুইকে আইতনক জুঝিবৗল পঠালে। আইতনেও জুঝ ন কৰি হাতিত উঠি ওলাই আহি ৰৰিলহি। কনা এটা, প্লাইনই নামে হাতি এটা ভেঁটিলে। লাকনি কাপচি (২২) সঁকত ৰজা দেৱে ৰাজ্যক লেখি মহলা কৰিলে। লাকনি ৰাইচিঃ (২৪) সঁকত ৰজা দেও হাবুঙ্গৰ পান বাৰিলৈ গল। লাকনি মুংমুত (২৫) সঁকত চুটিয়া ৰজা ধিৰনাৰায়নে আহি, দিখৌ মুখত কল গচেৰে গৰ বান্ধি ৰলহি। পাচে চুহুংফা দিহিঙ্গিয়া ৰজা দেৱে পাচত থাকি, চুখুঙ্গ, চুচঙ্গ, এৰকথাওমুং, ৰাইমুং, এই চাৰিক মুখ্য কৰি সকলোকে আগ কৰি পঠালে। ইবোৰেও গৈ নাৱে তৰে বেৰি ধৰিলেগৈ। নংকংমুঙ্গ বিলৰ কাষৰত চুটিয়াৰ লোক জন বিস্তৰ পৰিল বিস্তৰ ভাগি পলাই গল। পাচে চুহুংফ ৰজা দেৱে বন জিকি উজাই নগৰলৈ আহিল। লাকনি কাপঞ্জি (৩২) সঁকত চুটিয়াই পুনৰ বাৰ জুধলৈ আহি মুংখ্ৰেঙ্গত কোঁঠ দি ৰলহি। আমাৰো খেনমুঙ্গে মুংখ্ৰেঙ্গত কোঁঠ দি ৰলগৈ। পাচে চুটিয়াই কোঁঠত ধৰিলত, আমাৰ খেনমুঙ্গে কোঁঠৰ পৰ ওলাই বন ধৰিলে। তাতে খেনমুঙ্গ পৰিল ইবোৰ মানুহ হুহকি আহিল। লাকনি ৰাইচি (৩৪) সঁকত চুহুংফা ৰজা দেও গৈ নংকংমুঙ্গত ৰৈ সমস্তকে জাৰ দিলে, বোলে, দিহিঙ্গৰ মুখত বাটত তাক ধৰগৈ। পাচে নেচাই ভাইঙ্গিনে চুটিয়াৰ বৰ নাও এখন পাই আনি, নংকংমুঙ্গত ধৰ্ম্মা দেখুক দিলেহি। আৰু বাট নে চাই ভাইঙ্গিনক লুইতে উজাই গৈ দিবুক মুখত বেৰিব দিলে। আৰু কাচেনপুন বৰ গোহাঁই, থাওচুলুঙ্গ, কিংলুঙ্গ, এই তিনিক মুখ্য কৰি ৰকলা তাঙ্গৰিয়াক দিবুক মুখত গৰ বান্ধিব দিলেগৈ। পাচে কাতিৰ দিনত চুহুংফা ৰজা দেৱে নগৰলৈ আহি দেও দুগ কৰিলেহি। লাকনি মুংচেও (অৰ্থাত ১৪৪৪) সঁকত আহোনৰ দিনত চুহুংফা ৰজা দেৱে নগৰৰ পৰা চেঁচা মুখত ৰলগৈ। চুটিয়া ৰজাও নাৰুপাৰত আছিলে। তাৰে পৰা চুটিয়া ৰজা থাওবানক পঠাই দিবুক মুখৰ কোঁঠত জুঝ ধৰিব দিলেগৈ। পাচে কাচেংমুঙ্গ বৰ গোহাঁই, ত্যাওচুলুঙ্গ, কিংলুঙ্গ, তিনিক মুখ্য কৰি সকলো গৈ জুঝ কৰিলেগৈ। চুটিয়াৰ বৰা বুৰুকৰ লেখা। ভকুতক ১, কতক ১, সুলুকি চেটিয়া ১, বৰ পাত্র ১। পাচে ৰজা দেৱে এই কথা সুনি, ৰাতিএ গৈ পুআ বেলা নাৰুপাৰ পালেগৈ। তাৰ পৰা ৰজা দেৱে সৈন্যে সহিতে নাৱে তৰে খেদি গৈ কংখাম পালেগৈ। পাচে দুপৰ বেলা হলত চুটিয়া ৰজাই কটকি পঠালে। ৰজা দেৱলৈ সন্দেস দি আহিছিলে, সোনৰ কেঁক ১ জোৰ, সোনোআলি কাপৰ ১ জোৰ, নৰা কাপৰ ২ খন; থাওমুং লাংচেঙ্গলৈ সোনৰ কেঁক ১ জোৰ, নৰা কাপৰ ১ খন, চুলুংকিংলুঙ্গলৈ সোনৰ কেঁক ১ জোৰ, নৰা কাপৰ ১ জোৰ; কাচেংমুং বৰ গোহাঁইলৈ সোনৰ কেঁক ১ জোৰ, নৰা কাপৰ ১ খন; চুটিয়া ৰজা এই বুলি পঠালে, বোলে, মোক ৰৰ কাটলিয়া কৰি ৰখ্যা কৰক; মই বচৰি কৰ সুত দি থাকিম। এই ৰূপে আহি চুটিয়াৰ কটকিএ কলেহি। পাচে ৰজা দেৱে এই বুলি কোআলে, বোলে, সুনিয়া ৰূপিয়া ভাও পদি পঠাওক; সুনিয়া ৰূপিয়া খাট মুখান দি পঠাওক; সোনৰ ৰূপৰ মেকুৰি

দি পঠাওক; বৰ হাতি নহোটা দি পঠাওক; অলঙ্কাৰে সৈতে মাখুন্দি হাতি দি পঠাওক; আৰু জিএককো সোন ৰুপো দি আহক; এই ৰুপে তৈ চুটিয়াৰ কটকিক বিদাই দিলে। পাচে চুটিয়াৰ কটকিএ ৰজাত সকলো কথা কলেগৈ। পাচে চুটিয়া ৰজা এই কথা সুনি, বোলে, ভাল, জি পাৰোঁ দিব লাগে। সোনৰ টুপি ১ টা, সোনৰ পাত বন্ধা জাপি ১ টা, সোনৰ খাৰু ১ জোৰ, সোনৰ গচা ১ টা, দন্তাল হাতি ১ টা, পানি কামলি ৪ খন, এই বস্তু খনি চুটিয়া ৰজা মানুহৰ হাতত চুহুংফা ৰজা দেৰলৈ দি আহিল। থাওমুং লাংচুচেঙ্গলৈ দিলে সোনৰ খাৰু ১ জোৰ, পানি কামলি ১ খন, ঘোঁৰা ১ টা; ত্যাওচুলুং কিংলুঙ্গলৈ দিলে সোনৰ খাৰু ১ জোৰ, পানি কামলি ১ খন, ঘোৰা ১ টা; কিংলুঙ্গলৈ পানি কামলিৰ ভিতৰত চুৰি এখন দি আহিচিলে; পাচে কিংলুঙ্গে এই কথা ৰজা দেৰত কলে। থাওমুং লাংচেঙ্গ, চুলুঙ্গ, কিংলুং, থাউমুং চেনও, কেওথুন, ত্যাওচুলুঙ্গ, কুংবিন, এই সকলৰে ৰজা দেৰে আলচ কৰি, বোলে, চুটিয়াই আমাৰ কথা নে ৰাখিলে, জুধ কৰিবলৈ ইচা কৰিচে। এই বুলি ৰজা দেৰে ডাঙ্গৰিয়া সকলৰে আলচ কৰি খেদি গৈ চুটিয়াক কোঁচতে ধৰিলেগৈ। জুধে নোআৰি চুটিয়া ৰজা ভাগিল; ৰজা দেৰে চুটিয়া ৰজাৰ নগৰতে থাকি ডাঙ্গৰিয়া সকলক লোক জন সহিতে পাচে পাচে খেদি জাব দিলে। ত্যাওচুলুঙ্গ, কুংবিন, এই দুয়ে খেদি নি, চুটিয়া ৰজা কাইটাক পৰ্বতত তুলিলেনি; পাচে সকলো চুটিয়াই চন্দনগিৰি পৰ্বতৰ পৰা সিলেৰে দলিয়ালে; আমাৰ লোক হুহকি আহিল। পাচে আমাৰ সমস্ত লোকে আলচ কৰি, থাওমুং লাংচেঙ্গ, কিংখাম, এই দুয়ে সমুখে গল; থাওমুং চেঙ্গ বাঁও হাতে গল; থাওমুং বানলু দখিন হাতে গল। চেওচঙ্গ সইকিয়াই আইখিংথুনে, এই দুয়ে বৰ গুৰিএ গল পাচে আমাৰ ইবোৰ মানুহে পৰ্বত উঠি মানুহ নে দেখিলে; চেওচঙ্গ সইকিয়াই জুপি চাই দু কুৰি মান মানুহ দেখিলে; চুটিয়া ৰজাকো বৰ দুআৰতে দেখিলে। পাচে আমাৰ লোকে চুটিয়া ৰজাক দেখি ধৰিলেগৈ। চুটিয়া ৰজা আমাৰ লোকক খেদি জাবৰ দেখি, জাংমুংখেনলৈ কাঁৰ মাৰি পঠালে; পাচে জাংমুংখেনে চুটিয়া ৰজাক জাটিএৰে খুঁচি মাৰিলে; সটো জুৰিলৈ বগৰাই পেলালে। পাচে জাংমুংখেনে চুটিয়া ৰজা বাপেক পুতেকৰ মুৰ কাটি আনি ডাঙ্গৰিয়া সকলৰ ঠাইত দিলেহি। আৰু চুটিয়া ৰজাৰ বৰ কুঁঅৰিৰ মুৰ কাটি আনি আইখাংথুনে দিলেহি; আৰু আমাৰ লোকে পৰ্বত উঠি বিচাৰ কৰি, তাৰ সৰা তিৰোতা সকলোকে পাই ধৰি আনিলে। সোনৰ ৰুপৰ ভাণ্ড, সোন ৰুপৰ খাট, সোন ৰুপৰ মেকুৰি, এই বস্তু সকল আনি ৰজা দেৰক দিলেহি। ১৩৯০ সঁকত,* চতৰ তিন দিন জোআত চন্দ্ৰ নাৰায়ন চুটিয়া ৰজা ম্ৰিত্যু হল। চুটিয়া ৰজাৰ সদিয়া নগৰত আমাৰ ৰজা দেও থাকোঁতে, ত্যাওচুলুং, কুংবিন, কংচেন, এই তিনিএ থাওকাং পৰ্বতৰ পৰা চুটিয়া ৰজাৰ মুৰ কাটি আনি ৰজা দেৰক দিলেহি; পাচে ৰজা দেৰে চুখ্ৰেং গোহাই দেও, থাওমুং লাংচেঙ্গ, ত্যাওচুলুং কিংলুং, এই সকলোৰে আলচি বুলিলে, বোলে, লোকৰ ৰাজ্য মাৰিলোঁ, আমাৰ ভাল মানুহ ইয়াত থব লাগে। এই বুলি ৰজা দেৰে থাওমুং ক্ষাচেংমুঙ্গ বৰ গোহাইক সদিয়াত থলে; গোহাইৰ লগত মানুহ থলে তিনি হেজাৰ; হাতি থলে তিনটা। পাচে ৰজা দেৰে সদিয়াৰ পৰা ৰাজ্যে সমনিতে আপোনাৰ ৰাজ্যলৈ আহিল। চুটিয়া ৰজাৰ মুৰটো নচুআই পৰ্বতত মুণ্ড মালা বান্ধি থলে।

*চুটিয়া ৰজাৰ বংসাৱলিত লিখিচে, চুটিয়া ৰজা ১৩১৮ সঁকত মৰিল।



His Excellency Jong Bahadur, Ambassor from Nepal to England.—From the Illustrated London News.

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

নেপাল দেসৰ পৰা স্ত্রীজুত জঙ্গ বাহাদুৰ নামে জি জন বৰ কটকি ইঙ্গলণ্ডলৈ গৈচিল, তেঁও উভতি আহি বম্বাই নগৰ পালত ২৩ নৱেম্বৰ তাৰিখে আটলাণ্টা ভাপ জাহাজত উঠি আহি ১৯ ডিচেম্বৰত কলিকতা নগৰ পালেহি । তেঁওৰ মৰ্জ্জতাৰ নিমিত্তে দেসাধিকাৰৰ আগ্যাৰে ১৯ টা বৰ টোপ মাৰি জনালে । ইঙ্গলণ্ড আৰু ফ্ৰাঞ্চ দেসত জি জি দেখিবলৈ আচৰিত, তেঁও সকলোকে ফুৰি চাই দেখিলে । ৰাজ অলঙ্কাৰেৰে সৈতে তেঁওৰ মুখৰ নকচা ওপৰত লিখা আচে । মানুহে কোৱা কুই কৰিচে, তেঁও কুৰ্গ দেসৰ ৰজাৰ শ্রীশ্রী ৰাজেন্দ্র সিংহৰ জিএকক বিয়া কৰিব; আৰু ৰাজেন্দ্র সিংহো ইঙ্গলণ্ডলৈ জাবলৈ উপাই কৰিচে ।

১৮ জানোআৰিত কানু গাঁও মৌজাৰ মগৰা হাট চাকিনত থকা কভৰা আমোলদাৰ নামেৰে এজন মচলমান মানুহে হাবিত আপোনাৰ ঘৰচিৰা মহ চৰাই থকা দুজন সৰু পুত্তেকক মাতিবলৈ জাঁওতে আৰু খিনি

বাট গলত অকস্মাত বনবিয়া মহ ওলাই বেগেতে সেই আমোলদাৰৰ সোঁ কালে কঁকালৰ পোনে পেটত খোঁচ মৰাত পেটেই সিন্ধ হৈ বাঁও কালে কামি হাবৰ মাজে ফুটি ওলাল। পাচে মহ গলত সি তাতে পৰি থাকি কিচুমান বেলিৰ মূৰত বল পাই উঠি আপোনাৰ পিন্ধা চুৰিয়াৰে কঁকাল টানকৈ বান্ধি ঘৰলৈ উভতি জাঁওতে পেটৰ নাৰি এহাত মান ওলাই ওলমি পৰিল, তেতিয়া সি খোঁজ কাঢ়িব নোআৰি তাতে পুনৰাই পৰি থাকিল। সেই সমইতে ঘৰৰ মানুহে বুজ পাই বেগাই কোৰাকৈ ঘৰলৈ আনিলেগৈ, আৰু ৰঙ্গপুৰলৈ যতৰা দিয়াত তেতিয়াই জিলাৰ ডক্তৰে গৈ নাৰিবোৰ ভিতৰলৈ সুমুআই বেজিৰে সিলে; তাৰ পাচ দিনা দৰৱ দিবৰ নিমিত্তে হস্পিটাললৈ আনোঁতে চাৰি বজা মানত বাটতেই মৰিল।

গুআহাটি নগৰত ২৫ আগষ্ট তাৰিখত ভিলতা নামেৰে এক কলিতা মানুহৰ ঘৈনিএকে বচেৰেকিয়া মান লৰা জনিক মাটিত সুআই থৈ পানি আনিবলৈ নৈলৈ গল। সেই সময়ত বাপেক ভিলতাই ঘৰত সুই আচে; লৰাক কান্দিবৰ সুনি উঠি খৰি ফালিবলৈ ধৰিলে; পাচে লৰা কান্দি কান্দি থকাত তাক নিচুকাব নোঅৰাত খঙ উঠি কুঠাৰেৰে তাৰ ডিঙ্গিত একোৰ মাৰিলে। তেতিয়াও কান্দি থকাত সি মাৰিবৰ মনেৰে আৰু একোৰ মাৰি আপোনাৰ জিএকক বধ কৰিলে। সেই দোসৰ কথাত তাক ধৰি শ্ৰীজুত ৰাওলেট মাজিষ্ট্ৰেট চাহাবৰ আগলৈ আনিলত পাঁচ জন পঞ্চায়তৰ দোআৰাই সোধ হলত সিবিলাকে তাক বধ কৰা বুলি মৰন দণ্ড জোগ্য হোআ লিখিলে। পাচে শ্ৰীজুত মাজিষ্ট্ৰেট চাহাবে নিজামত আদালত বিবেচনালৈ সেই কথা সোধাই দি বধ কৰাটক ফাঁচি নি দি, জনম ফাটক বা দেসান্তৰ হবলৈ জেন আগ্যা দিব, এই নিবেদন কৰিলে। কিন্তু নিজামত আদালতৰ তিনি জন সোধাক চাহাবে এই কথা সুনি, সিবিলাকৰ অকল এজনে সেই কথাত মান্তি হৈ, অচমিয়া লোক অসভ্য হৈচে বুলি জনম ফাটক মাথোন দিবলৈ কলে; আন দু জন সোধাকএ তাক উচিত নে দেখি সেই দুষ্ট মানুহক ফাঁচি দিবলৈ আগ্যা কৰিলে।

১৭ চেপ্তেম্বৰ তাৰিখে মলমাইন নগৰত ৫০ কইদি লোক কামৰ পৰা উভতি আহোঁতে সিইতৰ মাজৰ পাঁচ জনে বলতকাৰ কৰি বৰকান্দাজ ৪ জনক মাৰি, পৰ্বতলৈ পলাই গল। পাচে ধৰা পৰিলত দুটাক ফাঁচি দিবলৈ, তিনটাক দুতলিয়া লোআ দি ৫ বচৰ ফাটকলৈ আগ্যা হল।

খেহ দেসৰ দাঁতিত মাকাও নগৰত দনা মাৰিয়া নামে এখান জাহাজ আচিল; তাত বৰ খানা হবৰ নিমিত্তে অনেক জাহাজ আৰু নগৰৰ চাহাব লোকক নিমন্ত্ৰন কৰা হৈচিল। কেতবিলাক গোট খালত অকস্মিতে খাৰৰ পিপা ফুটি জাহাজ আদি আটাইবিলাকক উৰুআই নিলে। জাহাজৰ মানুহে সৈতে প্ৰায়ে দু স মৰিল। ৩০০ হাতৰ আঁতৰত থকা আমেৰিকাৰ এখান বৰুআই জাহাজৰ ওপৰেদি সেই জাহাজৰ এটা বৰ টোপ উৰি গৈ সাগৰত পৰিল। আন্দাজে কোনো খেহ লোকে সোমাই খাৰত জুই লগালে।

আফ্ৰিকাৰ পুব ফালৰ গাৰ্দাফুই টৈকৰ ওচৰত মেৰি ফলবিষ্ক নামে এখান জাহাজ জাঁওতে ৩ জুন তাৰিখত চটত লাগি ৰল। পাচ দিনা তাত নিবাসি লোকে জাহাজত উঠি আহি জাহাজৰ মানুহক বামলৈ উঠিবলৈ আলচ দিলে। তেতিয়া কাপ্তানৰ মেম আৰু মানুহ গোটা চাৰেকে সৰু নাৱেৰে বামলৈ গল, পাচে নিবাসিএ সিবিলাকক আকও জাহাজলৈ উভতি জাব নি দিলে, আৰু সিবিলাকৰ বস্ত্ৰ, অলঙ্কাৰ, আৰু মেমৰ আঙ্গঠিকো লোলোকাই নিবলৈ ধৰিলে। পাচে ৰাতি সৰ নাৱেৰে জাহাজলৈ জাবলৈ ধৰাত বৰ ঢৌ হোআৰ কাৰনে নাও উবুৰি খোআত মেম আৰু দুটা মানুহ পানিত মৰিল। পাচ দি·

না কাপ্তানে বৰ এখন নাও নমাই জাহাজ এৰি গল। এদিন মানৰ বাট গলত খাবলৈ পানি নাই কিয়াত বামত নাও লগাই মাকিনন নামে এটা মানুহক পানি বিচাৰিবলৈ পঠালে। সি বিচাৰি হাঁওতে টোপনিয়াই পৰিল, পাচে পলম হলত কাপ্তানে তাক এৰি নাও মেলি গল। সি উভতি আহি নাও নে পাই ৫ দিন ফুৰি ফুৰি পিয়াহ আৰু ভোকতে অচেতন হৈ পৰি মৰিবলৈ ধৰিলে।

এনে সময়ত চুমালি গাঁৱৰ এজনি গাভৰু তিৰোতাই সেই বাটে অহাত সি দেখি মুৰ দাঙ্গি পানি পাবৰ নিমিত্তে সঙ্কেতেৰে মুখত হাত দি দেখালে। তাক দেখি ভই কৰি সেই তিৰোতাই পলাল, পাচে সাহ পাই মৰম লাগি উভতি আহি পানি আনি মুখত দিলে, আৰু সি সুবৰ নিমিত্তে বালিত গাত খানি দি গল। তাতে সি সুই থাকি পাচে টোপনি ভাগিলত মুৰ দাঙ্গি চাই, তাৰ কোনত কটি আৰু পানিকো দেখিলে। তাই এই ৰূপে তিন দিন সুশ্রূসা কৰিলত সি খোজ কাঢ়িব পৰা হল। তেতিয়া তাক এডাল লাখুটি দি আপোনাৰ ঘৰলৈ নিলত গাঁৱৰ সকলো তিৰোতাই আহি বৰ মৰম কৰি, সি ভাল ন হই মানে প্রতি পালন কৰি ৰাখিলে। পাচে উলুলা নামে এখন গাঁৱত তাৰ নগৰ জাহাজিক মানুহ কেতবিলাক আছে বুলি বাত্রা পাই, তালৈ গল। পাচে ক্রমে এখন বেপাৰি জাহাজ তালৈ গৈ সকলোকে তুলি আনিলে।

ওবায়ন নামে এখন ভাপ জাহাজে ২৫০ মান মানুহ লৈ ১৮ জুনত লিবৰপূল নগৰ এৰি গিলাচ্গো নগৰৰ ওচৰ পাই সিলত খুন্দা খাই ভাগি বল। জোআৰ উঠিলত তাৰ পৰা ওপোঙ্গাই পাচ কাললৈ হহকাই নিলত দ পানিত তল গল। সৰু নাও চাৰি খন আছিল; তাত উঠিলত দুখন ভৰা হৈ মুনিহ তিৰোতা লবাই সৈতে তল গল, সি দুখনত ৩।৪ কুৰি মাথোন ৰখ্যা পৰিল।

১১ অক্তোবৰ তাৰিখত লুইচা মাৰিয়া নামে বেলজিয়ম দেসৰ মহা ৰানি মৃত্যু হল। তেঁও ফ্রান্সৰ আগৰ ৰজা লুই ফিলিপৰ দুহিত্রি হৈছিল; শ্রী শ্রী মতি বিক্তৰিয়া মহা ৰানিৰো গিয়াতি আৰু মিত্র হৈছিল।

হেচিয়া দেসাধিকাৰে প্রজাবিলাকক দমিৰ নোঅৰাত অষ্ট্রিয়াৰ ৰজাত উপকাৰ খুজিছে; তাতে অষ্ট্রিয়া আৰু ৰুচিয়া দুইৰো ৰজাবিলাকে হেচিয়া প্রজাৰ অহিতে সেনা গোট খুআইছে; কিন্তু প্রুচিয়া দেসৰ লোক হেচিয়াৰ ফলিয়া হৈ সিবিলাকৰ নিমিত্তে জুধ কৰিব খুজিছে।

পাপা ৰজাই ইংলণ্ড দেসত আপোনাৰ ধৰম চলাবৰ নিমিত্তে দেস খন ভাগ কৰি ভাগে ভাগে গুৰু গোসাঁই পাতি থৈছে; আৰু আটাইৰে ওপৰত ওআইজ্মান নামেৰে এজন প্রধান গুৰু থৈছে। এই কাৰনে ৰাজ ধৰমৰ গুৰু আৰু পাদুৰিবিলাকে ৰাজ মন্ত্রিএ সৈতে অমান্তি হৈ সেই অনুচিত কথা নিবাৰন কৰিবলৈ আলচ কৰিছে। সকলো লোকৰ মাজতো হৰা মুৰা লাগি পাপা আৰু তাৰ ধৰমৰ গুৰুৰ অহিতে বৰ বেজাৰ কৰে।

১৬০৫ শঁকত গাই ফকচ নামে এজন ৰুমিয়া ধৰমলৈ উচাহ হোআ মানুহে ইংলণ্ডৰ ৰাজ ধৰম লুটিয়াবলৈ আৰু মহা ৰজা আদি কৰি সকলো ৰাজ মেলুআই একেবেলিএ নষ্ট কৰিবৰ নিমিত্তে ৮০ আলি জন মান লোকে সৈতে আলচ কৰি ৰাজ সভা গোট খোআ বৰ ঘৰৰ তলত খাৰেৰে ভৰোআ ৩৬ পিপা লুকাই থলে। কিন্তু ৰাজ মেল হবৰ আগেএ সেই কথাৰ গম পাই বিচাৰি বিচাৰি ৫ নবেম্বৰ তাৰিখত সেই লুকুআ খাৰ আৰু তাৰ ওচৰত লুকাই থকা সেই গাই ফকচক দেখা পালে। পাচে তাক শাস্তি কৰাত সি আপোনাৰ সকলো দোসৰ কথা, আৰু তাৰ লগৰ ৰাজ দ্রোহিয়াৰ নামবোৰ লৈ কাঢ়িলে; তাতে ৰাজ আগ্যাৰ

দোআবাই আটাইবোৰক ত্ৰিছুা দণ্ড কৰিলে । আৰু সেই বৰ আপৰ্‍াৰ পৰা ইৰেে ইঙ্গলণ্ড দেশক ৰখা কথা সুঁৱৰিবৰ নিমিত্তে তেতিয়াৰে পৰা সেই ৫ নবেম্বৰ দিন এক বৰ দিন বিহু পাতি ৰৈছে । এই বচৰত ৫ নবেম্বৰত গাই ফকচৰ মুৰ্ত্তি অমৰ্জ্জতা কৰিবলৈ সাজি বাম নগৰৰ আলিত ফুৰাই নিলে ; আৰু তাৰ লগত নতুন প্ৰধান কমিস্নাৰ গুৰুৰ, মুৰ্ত্তিকো সাজি দস্তুৰ মতে তাৰ মুৰত ৰঙ্গা টুপি পিন্ধাই অনেক ৰঙ্গ তামোচা অমৰ্জ্জতা ৰূপে কৰিলে ।

আয়ৰলণ্ড দেশৰ কোত্চ নামে এজন বৰ টান পকিয়া মানুহে ৫০০ মাইলৰ বাট পুৰ ন হই মানে দিনে ৰাতিএ আধা ঘণ্টাই পতি আধা মাইলৰ বাট খোজ কাঢ়ি জাম বুলি আৰি বাস্থি সেই ৰূপে দহ দিন গৈ সিধি কৰি আৰিৰ ধন ললে । ১০ দিনত ৫০০ মাইল জাবলৈ অতি টান ন হই, কিন্তু সেই ৰূপে দিনে ৰাতিএ তাঁৰে পতি অলপ অলপকৈ জাবলৈ আন মানুহৰ অসাধ্য ।

আয়ৰলণ্ড দেশৰ গালোৱে নগৰৰ মেৰি দনৌ নামে এজনি দৰিদ্ৰ তিৰোতাই বাৰিত বিলাতি আলু চিকোনাই দিওতে কিবা পোৰ বাৰুএ মাটিৰ পৰা ওলাই তাইৰ মুখ হাত সকলো পুৰি এধা মৰা কৰিলে । আলুৰ গচো তেই পুৰি গল ।

শ্ৰীযুত ব্ৰুকম চাহাবকে আদি কৰি তি মিস্যনেৰি লোক অচম দেশলৈ আহিচে, সিবিলাক ২১ নবেম্বৰত কেপ গুড হোপ পাই, তাত ১০ দিন মান থাকিব, এই বাত্ৰা চিঠিৰ দোআৰাই পালোঁ ।



কাঙ্গাৰু পছুৰ নক্চা ।

# ফেব্ৰুআৰি, ফাগুন মাহৰ পঞ্জিকা ।

Almanac for February, 1851.

| ফেব্ৰুআৰি | মাঘ | বাৰ | দিনমান | চন্দ্ৰোদয় | ফেব্ৰুআৰি | ফাগুন | বাৰ | দিনমান | চন্দ্ৰোদয় |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৭ | ১০।৪৮ | ০॥ | ১৫ | ৪ | ৭ | ১১ ৭ | ১৪॥ |
| ২ | ২১ | ১ | ১০।৪৯ | ১॥ | ১৬ | ৫ | ১ | ১১।৮ | ১৫॥ |
| ৩ | ২২ | ২ | ১০।৫০ | ২॥ | ১৭ | ৬ | ২ | ১১।১০ | ১৬॥ |
| ৪ | ২৩ | ৩ | ১০।৫১ | ৩॥ | ১৮ | ৭ | ৩ | ১১।১১ | ১৭॥ |
| ৫ | ২৪ | ৪ | ১০।৫৩ | ৪॥ | ১৯ | ৮ | ৪ | ১১।১২ | ১৮॥ |
| ৬ | ২৫ | ৫ | ১০।৫৪ | ৫॥ | ২০ | ৯ | ৫ | ১১ ১৪ | ১৯॥ |
| ৭ | ২৬ | ৬ | ১০।৫৬ | ৬॥ | ২১ | ১০ | ৬ | ১১।১৫ | ২০॥ |
| ৮ | ২৭ | ৭ | ১০।৫৮ | ৭॥ | ২২ | ১১ | ৭ | ১১।১৭ | ২১॥ |
| ৯ | ২৮ | ১ | ১০।০ | ৮॥ | ২৩ | ১২ | ১ | ১১।১৮ | ২২॥ |
| ১০ | ২৯ | ২ | ১০।১ | ৯॥ | ২৪ | ১৩ | ২ | ১১।১৯ | ২৩॥ |
| ১১ | ৩০ | ৩ | ১১।২ | ১০॥ | ·৫ | ১৪ | ৩ | ১১ ২১ | ২৪॥ |
| ১২ | ১ | ৪ | ১১।৪ | ১১॥ | ২৬ | ১৫ | ৪ | ১১।২২ | ২৫॥ |
| ১৩ | ২ | ৫ | ১১।৫ | ১২॥ | ২৭ | ১৬ | ৫ | ১১।২৪ | ২৬॥ |
| ১৪ | ৩ | ৬ | ১১।৬ | ১৩॥ | ২৮ | ১৭ | ৬ | ১১।২৬ | ২৭॥ |




## THE ORUNUDOI,

*Printed and published by* O. T. CUTTER, *at the Sibsagor Mission Press.*—N. BROWN, *Editor.*

# অৰুনোদই

৬ বচৰ। মোং সিৱসাগৰ, ফেবৰুআৰি, ১৮৫১। নম্বৰ ২।

VOL. VI. SIBSAGOR, ASAM, FEBRUARY, 1851. NO. 2.

## নিস্তাৰৰ উপাই।

The Way of Salvation.

সংসাৰ জুৰিয়া প্ৰানি আচে জত জত,
কৰোঁ একে বাৰে প্ৰনাম্ সবাৰ্ চৰনত;
মই নিবেদন কৰোঁ ক্ৰিতাঞ্জলি কৰি,
অম্ৰিত সমান বাক্য সুনা কৰ্ন ভৰি।
দেখিওক বন্ধুগন ভাবিয়া মনতে
সমস্ত সংসাৰ প্ৰানি ডুবিচে পাপতে;
দুৰাচাৰ হৈয়া সবে কৰে নানা পাপ,
সেই হেতু প্ৰজ্বলিত ইশ্বৰৰ সাপ।
ইহাৰ প্ৰমান সবে জানোক নিচই,
ৰাগ, দুখ, ক্লেস সৰিলত অতিসই।
মায়াৰ জালত বন্ধ নাহিকে চেতন,
নিতান্তে পাপত ডুবি আচে সৰ্ব জন।
এই ৰূপে জগতৰ মাজে জত জন,
বিসয়ৰ চিন্তাই তাৰ মজি আচে মন;
কিন্তু পৰকালে গতি কি হব বিলাই,
নে ভাবিয়া থাকে সবে তাক সমুদাই।
অল্প দিন ভোগ হেতু তাৰ প্ৰয়োজন,
ম্ৰিত্যু হলে সঙ্গে কাৰো নাহি জাব ধন;
আজি কিবা, কালি কিবা, জি কোনো বচৰে
অৱস্যে মৰিব সব জানিবা অন্তৰে।
ইহলোকে অল্প কাল থাকে সৰ্ব জন,
পৰলোকে সৰ্বকাল থিতি নিবন্ধন।
নাহি পুনৰপি জন্ম, নাহিকে মৰন,
নিত্য স্বৰ্গ ভুঞ্জে, কিবা নৰকে গমন।
সত্যাস্ৰই বিনা কোনো স্বৰ্গে নাহি জাব,
অধোমুখ হৈয়া ঘোৰ নৰকে পৰিব।

কেনুআ জন্ত্ৰনা আচে মাজত নৰ্কৰ,
কোনো নাহি জানে তাক অল্প মতি নৰ;
দু দুমুআ বহ্নি আচে, নাহি আদি অন্ত,
প্ৰচণ্ড অগ্নিৰ সিখা তাহাতে জলন্ত।
তাহাতে পৰিলে ভাই, ৰখ্যা নাহি আৰ,
কান্দিবা অনন্ত কাল কৰি হাঁহাকাৰ।
পলোআ, পলোআ বন্ধু, ন পৰিবা তাত,
সত্য পথ বিচাৰিয়া সাৰিওক হাত।
বিচাৰ কৰিয়া দেখা সৰ্ব নৰগন,
আহিচিলে এই জগতে সত্য মহা জন;
নামে য়িচু খ্ৰিষ্ট অধিকাৰ জিৱনৰ,
অৱতাৰ হৈল দেহা ধৰি মনুস্যৰ।
আস্ৰই কৰাহে খ্ৰিষ্টত্, কাল ব্ৰেথা জাই,
খ্ৰিষ্টৰ চৰন বিনে নাহি অন্যোপাই।

হিন্দু লোকে মানি থাকে নানা অৱতাৰ,
অল্প কৰি কহোঁ মই ব্ৰিতান্ত তাহাৰ।
মত্স্য ৰূপে অৱতাৰ হৈলা প্ৰথমতে,
উধাৰিলা চাৰি বেদ প্ৰলয় জলতে।
কুৰ্ম অৱতাৰ হৈলা খিৰ দধি তিৰে,
ৰাখিল মন্দৰ গিৰি পিঠিৰ ওপৰে।
ত্ৰিতিয় বৰাহ্ ৰূপে ভুমি উধাৰিলে,
হিৰৈন্যাখ্য মহা বিৰ দৈত্যক বধিলে।
নৰসিংহ অৱতাৰ চতুৰ্থতে হৈল,
হিৰৈন্য কসিপো নামে অসুৰ বধিল।
বামন্ ৰূপে অৱতাৰ ধৰে পঞ্চমতে,
পৰম ধৰ্মিষ্ঠ ৰজা বলিক চলিতে।
সষ্টতে পৰসুৰাম খেত্ৰি বংস নাসে,
সপ্তমতে ৰামচন্দ্ৰ ৰাখ্যস বিনাসে।

অষ্টে অৱতাৰ ক্রিষ্ণ হৈয়া গকুলত,
কংস ৰজা মাতুলক বধিলে তাহাত ।
নৱমতে বুধ দেৱ বেদ কৰি নাস,
দিয়োদাস ৰজাৰ গুচাই সৰ্ব্ব আস ।
এই ৰূপে ধৰি আছে নৱ অৱতাৰ,
নাহি পাৱ তাৰ পৰা পাপৰ নিস্তাৰ;
স্নি হেতুক তাৰা সবে ত্ৰান নে সাধিলে.
নিজ নিজ সুখ মাত্র সদায়ে ভুঞ্জিলে ।
স্নি সবে সুনিয়া আত ভাৰসা কৰিব,
নিচয়ে জানিবা সিতো নৰকে পৰিব ।

পাপৰ বিসয়ে আছে নানা মত গ্যান,
জগতৰ লোকে কহে কৰিয়া প্ৰমান ।
পূৰ্ব্বৰ বৃত্তান্ত সব কিচু নাহি জানে,
কিন্তু নানা প্ৰকাৰতে এই মাত্ৰ মানে;
ইশ্বৰৰ লিলা সব কহে বিচাৰিয়া,
আৰু মায়া কৰ্ম্ম কহেঁ মনতে ভাবিয়া ।
এবে কহোঁ কিচু কথা, তাতে দিয়া মন,
সুনিওক অতি স্বাদ অম্ৰিত বচন ।
প্ৰথমে প্ৰিথিবি স্বৰ্গ স্ৰুজিলে ইশ্বৰ,
পাচে আপোনাৰ আগ্যাই স্ৰুজিলে পহৰ ।
পহৰৰ পৰা পাচে অন্ধকাৰ ভিন
কৰি দিলে দিন ৰাতি প্ৰভু দুই চিন ।
দুতিয় দিনতে প্ৰভু আকাস স্ৰুজিয়া
সুন্য মধ্যে ৰাখিলন্ত দুভাগ কৰিয়া ।
ত্ৰিতিয় দিনতে দেখা প্ৰভুৰ আগ্যাতে
একত্ৰ কৰিলে জল, সিন্ধু হইল তাতে;
দেখা তাতে খিতি হৈল সুস্ক ভুমি থল,
তাহাতে জন্মিল বৃখ্য ত্ৰিনাদি সকল ।
চতুৰ্থ দিনতে প্ৰভু আপোন বাক্যতে
সুৰ্জ চন্দ্ৰ স্ৰিষ্টি কৰি ৰাখিলে সুন্যতে ।
দিন অধিকাৰ সুৰ্জ, চন্দ্ৰ নিসাপতি,
তাতে হৈল দিন, মাস, বচৰ প্ৰভৃতি ।
এই ৰূপে জত বস্তু দেখিচা জগতে,
স্ৰুজিলে সকলো প্ৰভু আপোন সক্তিতে ।
স্ৰিষ্টি স্ৰুজনৰ পাচে ঠাৰৰ কৰিলে,
মনুস্যক প্ৰিথিবিৰ ধুলিৰে স্ৰুজিলে;
তাৰ নাকে স্বাস দিয়া কৰিলে জিৱন্ত,
আদম নামতে খ্যাতি মহা বলৱন্ত ।
আদমৰ প্ৰৰা পাচে ললে কামি হাৰ,
নাৰি ৰূপে স্ৰুজিলন্ত সৰিল হাৰাৰ ।
এই ৰূপে স্ৰুজি প্ৰভু দুই নৰ নাৰি
পাতিলেক স্ৰিষ্টিৰ দুয়োকো অধিকাৰি ।
সকলোকে স্ৰুজি পাচে চ দিনৰ মুৰতে
বিস্ৰাম কৰিলে প্ৰভু সপ্তম দিনতে:
জানি জত্নে ইশ্বৰৰ আগ্যা সিৰে ধৰি
সপ্তম দিনক সবে থাকা মান্য কৰি ।

আৰু কহোঁ, সুনা কথা আদি পুৰুসৰ,
স্ৰুজিলে ইশ্বৰে তাক নিস্পাপি অমৰ;
কিন্তু চইতানৰ ফান্দে পৰি নাৰি নৰে,
সুস্বভাৱ তেজি পাচে অধৰ্ম্ম আচৰে;
এই হেতু জগতৰ জত নৰগন
সকলোতে সদা কৰে মন্দ আচৰন ।
মিচা বাক্য, প্ৰৱঞ্চনা, পৰ ধন হৰে,
বধ, হিংসা, বেস্যা আদি সৰ্ব্ব জনে কৰে ।
এই হেতু ইশ্বৰৰ ক্ৰোধে প্ৰজ্বলিত
আঠ জন বিনে সব মাৰিলে পানিত ।
সেই নৰ বংসে পাচে ভৰিল ধৰনি,
পুনৰ্ব্বাৰ পাপ কৰে সেই সব প্ৰানি ।
ধৰ্ম্ম আগ্যা প্ৰভু প্ৰকাসিলে এই কাৰন,
জানি জত্নে সুনিয়োক থিৰ কৰি মন ।

## ইশ্বৰৰ দসম আগ্যা ।

মোৰ বিনে ইশ্বৰ বুলি কাকো নে মানিবা,
স্বৰ্গে মৰ্ত্ত্যে কাৰো পুতলাক নু পুজিবা;
অকাৰনে ন লয়োক ইশ্বৰৰ নাম,
সপ্তম দিনক ধৰি কৰিবা বিস্ৰাম;
নিজ পিত্ৰি মাত্ৰি জানি কৰা সমাদৰ,
অকাৰনে ন বধিবা জিৱ মানুহৰ;
পৰ তিৰি, পৰ ধন ন কৰা হৰন,
মিচা সাখি নি দিবাহে নৰৰ কাৰন ।
ইহাৰ বিৰোধে জত সাস্ত্ৰ নিৰূপিত
জানিও অসত্য তাহা মিচাতে কল্পিত ।
আগ্যা পাৱো পাপ কৰে জদি কোনো জন,
ঘোৰ নৰকত দণ্ড দিব সনাতন ।
তথাপি ইশ্বৰ আগ্যা লঙ্ঘে সৰ্ব্ব জন,
পাপে পূৰ্ন এজগত হৈছে সৰ্ব্বথান ।

কেৱল ইশ্বৰ আগ্যা লঙ্ঘন দোসতে
মজি আছে সৰ্ব্ব লোক অত্যন্ত পাপতে;
সাপ গ্ৰস্ত হৈয়া আছে মায়াৰ জালতে,
নিৰন্তৰ পোৰে মন, সুখ নাহি তাতে।
এই হেতু ক্ৰিপাময় আপোন নন্দন
পাঁচি দিলে এই জগতে পাপিৰ কাৰন।
খ্ৰিষ্ট ৰূপে অৱতাৰ হৈয়া প্ৰিথিৱিতে
উধাৰিচে পাপিগন স্বপ্ৰান দানতে।

## প্ৰভু য়িচু খ্ৰিষ্টৰ অৱতাৰ বিবৰন।

য়িচুৰ চৰিত্ৰ, অত্যন্ত পবিত্ৰ,
গুনৱন্ত মনোহৰ;
সুনা মন দিয়া, ত্ৰিপ্ত হব হিয়া,
অম্ৰিত বাক্য সুন্দৰ।

সম্পূৰ্ন হৈচিলে কাল জন্মৰ জেতিয়া,
পাঁচি দিলে নিজ সুত ইশ্বৰে তেতিয়া;
নামে য়িচু খ্ৰিষ্ট অধিকাৰ জিৱনৰ,
নৰক ভাগিও তৰে বিশ্বাসে জাহাৰ।
কুমাৰিৰ গৰ্ভে জন্ম হৈলা য়িচু খ্ৰিষ্ট,
নিষ্পাপি, নিষ্কাম প্ৰভু জগতৰ ইষ্ট।
সিসু কালে তেঁওৰ নানা বিৰোধ ঘটিল,
সুনা প্ৰভু জৌৱনতে জি কৰ্ম্ম কৰিল।
সুভ সম্বাদৰ বাক্য উপদেস দিয়া
ভ্ৰমিচিলে বহু ক্লেসে হিতৈসি হইয়া।
আপোনাৰ পাপি মন পালটন কৰা,
বিশ্বাস কৰিয়া মোতে মুক্তি পথ ধৰা;
এই বাক্য জনাইয়া দিলেক ইশ্বৰ
সকলোৰে মুক্তি হেতু প্ৰভু দায়াতুৰ;
জেন কোনো পাপি নৰ নৰকে নে জাই,
বিশ্বাস কৰিয়া তেঁওতে স্বৰ্গ ৰাজ্য পাই।
জত দিন ত্ৰান কৰ্ত্তা আচিলে জগতে,
কৰিলে পবিত্ৰ কৰ্ম্ম আচৰ্জ সক্তিতে;
খোৰাকো দিচিলে ভৰি, অন্ধকো নয়ন,
হস্ত হিনে দিলে হস্ত, ম্ৰিত্যুকো জিৱন;
ভূতে পোৱা, কুষ্ঠ ৰগি আৰু জত জত,
অৰগি কৰিলে প্ৰভু আপোন বাক্যত;
বিবিধ বাঞ্ছিত ফল দিচিলে লোকক,
তথাপিতো নি চিনিলে সংসাৰ তাৰক।
গোটা পাঁচ সাত পিঠা হাতে তুলি লৈয়া
সহস্ৰ লোকক প্ৰভু দিচিলে বাঁটিয়া;
ত্ৰিপ্ত হৈল ভক্তগন ভুঞ্জিয়া সকলে,
এনে চমত্কাৰ কৰ্ম্ম নাহি ভূমণ্ডলে।
এই ৰূপে নানা কৰ্ম্ম আচই তাহাৰ,
কোনে কহিবাক পাৰে তাৰ নাহি পাৰ।
ধন হিন হৈয়া প্ৰভু সৰ্ব্বদা আচিলে,
নিবাসৰ ঘৰ দ্বাৰ কতো ন কৰিলে;
কিন্তু ভকতৰ আগে কৰিলে প্ৰকাস,
দেখা জত বন পহু আচে তাৰো বাস;
পখি সকলৰো বাস আচে থাকিবৰ,
কিন্তু থান নাহি মোৰ মুৰ ৰাখিবৰ।
আৰু তেঁওক দুষ্ট লোকে বহু পিৰা দিলে,
দুৰ্ব্বাক্য বুলিলে নানা, তথাপি সহিলে।
সেস কালে জেনে দুখ দিলে দুষ্ট লোকে,
মৰ্ত্ত্য লোকে বুজিবাৰ নোআৰে ত্ৰলোক্যে;
কাঠৰ ওপৰে বধিলেক প্ৰেমাধাৰ,
তেতিখ্যনে হৈল সূৰ্জ অতি অন্ধকাৰ;
দুই প্ৰহৰৰ পাচে তেজি প্ৰভু প্ৰান,
তাক দেখি সক্ৰুগনে ভয়ে কম্পমান।

অনন্তৰে ত্ৰিতিয় দিনতে ম্ৰিত্যু জিনি
দেখা দিলে ভকতক চমত্কাৰ সুনি;
সিস্যৰ সহিতে থাকি দিন দুই কুৰি
ধৰ্ম্ম বাক্য সিখ্যা দিলে সঙ্গে ফুৰি ফুৰি।
কলে প্ৰভু ভকতক, সুনা প্ৰিয়গন,
দায়াময় দিন বন্ধু গম্ভিৰ বচন;
জগতৰ মাজে জত আচে নাৰি নৰ,
সুভ সম্বাদৰ বাক্য কৰিবা প্ৰচাৰ;
ইহাতে জন্মিব জাৰ বিশ্বাস নিচই,
অনন্ত জিৱন পাব, নাহি তাৰ খ্যই;
কিন্তু মোত জি সবে বিশ্বাস ন কৰিব,
ঘোৰ নৰকত পৰি জাতনা ভুঞ্জিব।
এই বুলি ভকতক দিলে আসিৰ্ব্বাদ,
স্বৰ্গে গৈল স্বৰ্গ নাথ কহিয়া সম্বাদ।
স্বৰ্গ পুৰি ৰাজ্য মধ্যে জৌতি সিংহাসনে
বসতি কৰিচে প্ৰভু সদা সৰ্ব্বখ্যনে।

এই সব বিৱৰনে জানিবা নিচই,
ইশ্বৰৰ পুত্র য়িচু নাহিকে সংসই ;
তেঁওহে আৰু মুক্তি দাতা জগতৰ পতি,
ত্রান অর্থে দিলে প্রান অগতিৰ গতি ;
মনুস্যৰ পাপ দেখা পর্বত সমান,
তাৰ প্রাচিত্তৰ হেতু দিলে নিজ প্রান ।
এই হেতু সুনা ভাই মোৰ নিবেদন,
য়িচুত আস্রই ললে পাইবা জিৱন ;
কৰিবা বিশ্বাস বন্ধু, চাৰি পাপ মতি,
বিশ্বাসে পাইবা ত্রান, ত্রানেই সদ্গতি ।
ইহাতে পাপৰ খেমা হইবেক ভাই,
এবাইৰ সর্ব দুখ, আৰু ক্লেস নাই ।
কৰজোৰ কৰি মই কৰোঁ নিবেদন,
সবে মানা মোৰ সত্য সুনিয়া বচন ।
সুনা সর্ব বন্ধুগন, কৰিয়া প্রত্যই,
খ্রিষ্টক ভজিলে মুক্তি পাইবা নিচই ;
সকল নৰক ভই আৰু নে পাইবা,
স্বৰ্গত আনন্দে মহা বসতি কৰিবা ।

---

## নৰকৰ বিৱৰন ।

পাপতে নৰকে জাই, অনন্ত জাতনা পাই,
সেই দুখে মজে সর্বকাল ;
পাপ কর্মে মহা তাৰ, বিবেচনা কৰা তাৰ,
পাপ কর্মে নৰকৰ জাল ।

কৰি আচা নানা পাপ, সেসে হব মনে তাপ,
যু বুজা কি জাতনা ঘটিব ;
কুকর্মৰ পৰা মন নে পালটাই জেই জন,
ইশ্বৰৰ কোপে সি পৰিব ।

নাহি তাত ত্রান উপাই, প্রচণ্ড ক্রোধৰ ঠাই,
নৰক জাতনা ঘটে তাৰ ;
নৰক জাতনা স্থান বহু তাতে অপমান,
ঘোৰ অন্ধকাৰ আচে তাৰ ।

বুজা তুমি মনে মনে, তেনে কপ দাৰুন স্থানে,
কি মতে সেই জাতনা ভুঞ্জিব ?
চইতানৰ ভুতগন সাস্তি দিব অনুখ্যন,
হাঁহাকাৰ সর্বদা উঠিব ।

প্রচণ্ড অগ্নিৰ সিখা আৰু গন্ধকৰ তিখা
যু যুমাৰ, নাহি আৰু ত্রান ;
ক্রন্দন কোলাহল হাই, দাঁত কৰচনি হাই,
হাই হাই, কি দাৰুন স্থান!

তুমি জদি পাপি হবা, সেই নৰকতে জাবা,
মনে মনে দেখাহা বুজিয়া ;
এতিয়া সময় আচে, লোৱা খ্রিষ্টে ত্রান জাচে,
পাপ কর্ম সকলো চাৰিয়া ।

মোৰ নিবেদন ধৰা, খ্রিষ্টতে আস্রই কৰা,
ন হয়োক বাক্যে অবিশ্বাসি ;
জতে নাই কোনো দুখ, কেৱল অনন্ত সুখ,
এনে ঠাইতে হবা স্বৰ্গ বাসি ।

---

## স্বৰগৰ বিৱৰন ।

স্বৰ্গৰ বিসই সুনা মহাসই,
বিবেচনা কৰা চিতে,
স্বৰ্গ স্থান পুন্য জি পাব সি ধন্য,
স্বৰ্গিগন থাকে তাতে ।

স্বৰ্গ অতি প্রেমমই সুপবিত্র স্থান,
ইশ্বৰৰ ভ্রিত্য লোকে ভুঞ্জে পুন্য দান ;
কেৱল সুখৰ ভোগ আচে সেহি ঠাই,
ত্রান প্রতিফল পাই, দুখ মাত্র নাই ।
দুখ, ৰোগ, ম্রিত্যু, সোক, পিৰা, তাপ জত,
ন হয় প্রবেস তাতে কাহাৰো মনত ;
অমঙ্গল কিছু নাহি মঙ্গলৰ ঘৰ,
তথাকাৰ সদা ৰজা পৰম ইশ্বৰ ।
সাধু লোকহে তেঁওৰ প্রজা আনন্দ অন্তৰে
সকলোৰে হিতকাৰি দুতগন কৰে ।
স্বৰ্গ প্রবেসৰ নাম হৈছে পৰিত্রান,
য়িচু খ্রিষ্ট দ্বাৰ তাৰ সোমাই পুন্যবান ।
বিনয় কৰিয়া কৰোঁ তোমাকে উচিত,
ইয়াতে বুজিয়া দেখা জি কর্ম বিহিত ।
খ্রিষ্টৰ সৰন লোৱা, তেহে স্বৰ্গে জাবা,
নতুবা অনন্ত নৰ্কে অৱস্যে পৰিবা ।
তেঁৱেহে স্বৰ্গৰ দ্বাৰ, তেঁৱেই দ্বাৰি তাৰ,
তেঁওৰ হাতে সঁচাৰ কাঠি, পথ নাহি আৰ ।
প্রেম ভাৱে কহোঁ, সুনা বিনয় বচন,
হেলাতে এৰিচা কিয় এনে মুক্তি ধন ।

## বিনই বচন ।

সুনা সৰ্ব্ব জন অমৃত বচন,
বিদয়ে দিওক বাস;
পাপ তৰিবৰ য়িচু পদ সাৰ,
নাহি অন্য আৰু আস ।
তেঁ:ৰ দায়াভুৰ আপুনি ইশ্বৰ,
পুৰ্ন ব্ৰহ্ম সনাতন,
য়িচু বিনে আৰ সকলো অসাৰ,
ভাবি দেখা সৰ্ব্ব জন ।
তেঁওৰ প্ৰেম অতি পাতকিৰ প্ৰতি,
ভক্তি স্তুতি কৰে জেই,
মনে বিশ্বাসিলে, খেদ জুক্ত হলে,
মুক্তি পথ পাব সেই ।
জদিহে নে মানা, ভুঞ্জিবা জাতনা,
নৰক সাস্তি অনন্ত;
তেতিয়া তোমাৰ ন হব নিস্তাৰ,
দহিব অগ্নি প্ৰচণ্ড ।
সদা সৰ্ব্বখান দগ্ধ হব মন,
নে পাব কোনো সান্ত্বনা;
ইন্দ্ৰি আদি জত সব হব নষ্ট,
আত্মাহে পাব জাতনা ।
তাই বন্ধুগন, তিৰি পুত্ৰ ধন,
তাতে কিচু নাহি হব;
সকলো অসাৰ, কোনো ন হই কাৰ,
তেতিয়া সঙ্গে ন বব ।
জত দিন দেহে আত্মা থিতি বহে,
বোলে সবে আপোনাৰ,
নয়ন মুদিলে, অচেতন হলে,
কোনো ন হই সঙ্গি কাৰ ।
এই হেতু সুন, হৈওক চেতন,
কৰা য়িচু পদ সাৰ;
ভাবি দেখা জত সকলো অনিত্য
প্ৰভুহে জ্ঞানাধিকাৰ ।
জেন বৃখ্য ডালে পখি গৈ সকলে
দণ্ডেক দুদণ্ড থাকে;
সেই ৰূপে জান, দেহেতে জিৱন,
নিচয়ে বোলোঁ সবাকে ।
ধৰ্ম্ম পথ ধৰা, তেজি পাপ হেৰা,
ভজিও খ্ৰিষ্ট সৰন;
,প অন্ধকাৰে কিয় ঘুৰি মৰে
মুদিব্ৰা দুটি নয়ন?
দিপ্তিতে সঘন কৰিলে গমন,
অপমান নাহি হব;
অন্ধকাৰে ভাই, চলিলে সদাই,
পথতে উজুটি খাব ।
এই হেতু সুন, মোৰ নিবেদন,
খ্ৰিষ্টত কৰা আশ্ৰই;
য়িচু বিনে আৰ নাহিকে উধাৰ,
জানিবা নিচয়ে ভাই । ন. স.

~~~~~~~~~~

## জাত্ৰিকৰ জাত্ৰা, ২ আখ্যা ।

The Pilgrim's Progress, Chapter 2.

পাচে খ্ৰিষ্টিয়ান অকলেই ফুৰি জোআৰ সময়ত এটা মানুহক দুৰৈৰ পৰা পথাৰ পাৰ হৈ আহিবৰ দেখিলে . পাচে ওচৰ চাপোঁতে দুইৰো বাট জোৰা খোআ চাইতে দৈবজোগে একে কালে সমুখা সমুখি হল । সেই মানুহৰ নাম স্ৰিজুত সংসাৰ-গিয়ানি; তেঁও সাৰিৰিক-বুধি গাঁৱত থাকে; সেয়ে বৰ গাঁও, খ্ৰিষ্টিয়ান আগেয়ে থকা ঠাইৰ ওচৰ । সেই জনে খ্ৰিষ্টিয়ানক দেখি তাৰ কথাত কিচু উমান ধৰিলে; কিয়নো বিনাস নগৰৰ পৰা খ্ৰিষ্টিয়ান ওলাই জোআৰ কথা কোআ কুই কৰাত বৰকৈ খিয়াতি হল; অকল আপোন নগৰত ন হই, আন ঠাই-লৈকো বিয়াপিব ধৰিলে । সেই নিমিত্তে সংসাৰ-গিয়ানিএ তাক ইমান স্ৰমেৰে জোআ আৰু তাৰ হমুনিয়াহ কেঁকনি দেখি, তাৰ কিচু ভু ধৰি কথোপকথন হবলৈ এই ৰূপে আৰম্ভন কৰিলে ।

হেৰা ভকত, ভাৰেৰে ইমান দুখিত হৈ কলৈ জোআ!

খ্ৰিষ্টিয়ান । ভাৰেৰে অতি দুখিত হৈচোঁ হই বাপু; মই ভাবিচোঁ মোতকৈ দুখিত প্ৰানি কেতিয়াও নাই কিচিল । আৰু কলৈ জোআ বুলি তুমি জে সুধিচা, তাকো কঁও, বাপু সুনা; সোঁৱা জি সৰু দুআৰ মোৰ আগত আছে, তালৈকে আহিচোঁ; কিয়নো সেই ঠাইতে মোৰ এই গধুৰ বোজা গুচাবৰ উপাই সুনিম, ইয়াকে মোক বুজাইচে ।
~~~~~~~~~~

সংসাৰ-গিয়ানি । তোমাৰ লবা তিৰোতা আছে নে?

খ্ৰিষ্টিয়ান । আছে হই, কিন্তু এই ভাৰেৰে দুখিত হোআৰ কাৰনে আগৰ সিচিনাকৈ এতিয়া সিবিলাকত সন্তোস নে পাঁও; মনেৰে সেইবিলাক ন থকা জেন হৈছেঁ।

সংসাৰ-গিয়ানি । মই জদি তোমাক কিচু বুধি দিঁও, তাক তুমি লবা নে?

খ্ৰিষ্টিয়ান । জদি ভাল হই, লম; কিয়নো ভাল বুধিত মোৰ প্ৰয়োজন আছে ।

সংসাৰ-গিয়ানি । তেনে হলে মই এই বুধি দিছোঁ, তোমাৰ ভাৰ অতি বেগেৰে গুচাবলৈ উপাই কৰা; তাক ন কৰা মানে তোমাৰ মন কেতিয়াও থিৰ ন হব, আৰু ইশ্বৰে তোমাক অনুগ্ৰহ কৰি জি জি বস্তু ভোগ কৰিবলৈ দিছে, সেই সকলোকে তুমি সুখেৰে ভোগ কৰিব নোআৰিবা ।

খ্ৰিষ্টিয়ান । এৰা, সেই ভাৰ গুচুআ উপাইহে মই বিচাৰিছোঁ; কিন্তু মই আপুনি গুচাব নোআৰোঁ, আৰু আমাৰ দেসৰ ভিতৰত মোৰ কান্ধৰ পৰা তাক গুচাব পৰা কোনো মানুহ নাই; এই কাৰনে তাৰ পৰা মুকুত হবৰ নিমিত্তে মই তোমাত পূৰ্বে কোআৰ দৰে এই বাটে দি আহিছোঁ ।

সংসাৰ-গিয়ানি । তোমাৰ ভাৰৰ পৰা মুকুত হবলৈ কোনে তোমাক এই বাটে জাব দিছে?

খ্ৰিষ্টিয়ান । জি জনক অতি উত্তম ভদ্ৰ লোক জেন দেখোঁ, এনে জনাই জাব দিলে, তেঁওৰ নাম উপদেসক, মোৰ মনত পৰিছে ।

সংসাৰ-গিয়ানি । অস, এনে আলচ দিয়াৰ কাৰনে সি সাও পোআ হওক! সি জি বাটে জাবলৈ দিছে, তাতকৈ সঙ্কট বিঘিনি হোআ বাট পৃথিবিত আৰু নাই; তাৰ আলচেৰে জদি চলা, মোৰ কথা স্বৰুপ বুলি জানিবা । এতিয়াও তাৰ কিচু প্ৰমান পাইচা, মই বুজিছোঁ; তোমাৰ গাত নিৰ্ভাবনা দলদলনিৰ বোকা দেখিছোঁ; কিন্তু সেই বাটে জোআ মানুহৰ দুখবোৰৰ মাজত, সেই দলদলনি আৰম্ভন মাথোন । মোৰ কথা সুনা, মই তোমাতকৈ বয়সিয়া; জি বাটে তুমি গৈচা, তাতে ভাগৰ, আৰু স্ৰম, ভোক পিয়াহ, সঙ্কট, নাঙ্গটা হোআ, তৰোআল, সিংহ আৰু নাগবোৰ, এন্ধাৰ, মৰনকো, আৰু ইয়াত বাহিৰেও কি কি দুখ পাবা, তাক কব নোআৰি । এই সকলো কথা নিচেই স্বৰুপ, অনেক সাখিএ থিৰ কৰিছে । আৰু কি কাৰনে অচিনাকি মানুহৰ কথা সুনি বিবেচনা ন কৰাকৈ এই দৰে আপোনাক নষ্ট কৰা?

খ্ৰিষ্টিয়ান । কিয়? তুমি জি জি দুখ দেখালা, সেই আটাইতকৈও মোৰ পিঠিত এই জি বোজা, সি বৰ ভয়ঙ্কৰ; সেই বোজাৰ পৰাহে মই মুকুত হব পাৰিলে, বাটত জি দুখ ন হওক, তালৈ মোৰ একো চিন্তা ন হই জেন বুজোঁ ।

সংসাৰ-গিয়ানি । আগেয়ে কেনেকৈ এই ভাৰ পালা?

খ্ৰিষ্টিয়ান । মোৰ হাতত এই জি পুথি, তাক পৰ্হিহে পালোঁ ।

সংসাৰ-গিয়ানি । এৰা, মই তাকে ভাবিছোঁ; লোকত জেনেকৈ ঘটিছে, সেই দৰে তোমাতো ঘটিল; সিইতৰ সক্তিৰ বাহিৰে জি ওখ ধুৰ কথা, তাক পৰ্সিবি খোজাত তোমাৰ দৰে চিন্তাকুলত পৰে; পাচে সেই চিন্তাকুলেই মানুহক অমানুহ কৰে, জেনেকৈ তোমাকো কৰা দেখিছোঁ; আৰু তাত বাহিৰে জিহকে নে জানে, তাক পাবৰ নিমিত্তে সকলো বিধ সঙ্কটৰ নিৰাস্ৰুইলৈ খেদাইছে ।

খ্ৰিষ্টিয়ান । মই জিহকে পাব খোজোঁ, তাক জানোঁ; এই গধুৰ বোজাৰ পৰা জিৰনিহে বিচাৰোঁ ।

সংসাৰ-গিয়ানি । কিন্তু এই জি বাটত এইমান সঙ্কট আছে, তাতেই কিয় জিৰনি বিচাৰা? কিয়নো মোৰ কথা সুনিবলৈ তুমি সহিব পৰা হলে, তেন্তে জিহকে ইচা কৰা, এই বাটৰ সঙ্কটত ন পৰাকৈ তাক পাবলৈ মই উপাই বুজাব পাৰিলোঁহেতেন । অকল এইটেই ন হই, তোমাৰ ওচৰতে উপাই

আছে; তাৰেই সেই আটাই আপদৰ হাত সাৰি, তুমি অতি কুসল, মিতিৰৰ চেনেহ, আৰু সান্তনা পোআ হবা ।

খ্রিষ্টিয়ান । মিনতি কৰিচোঁ, আন্তা, সেই গোপনিয় কথা মোক বুজাই দিওক ।

সংসাৰ-গিয়ানি । তেনে হলে সৌ খিত্তে নিতি নামে জি গাঁও আছে, তাত বিধান-সিখ্যক নামেৰে এক মহাজন থাকে; তেঁও গিয়ানৱন্ত, জসস্যা পোআ, আৰু তোমাৰ ভাৰৰ নিচিনা জি বোজা, তাক মানুহৰ কানৰ পৰা গুচাবলৈ তেঁও সমৰ্থ; মযো দেখিলোঁ, তেঁও এই ৰূপে লোকক ভালেমান হিত কৰে । তাত বাজে ভাৱত জিবোৰৰ মন বিগিয়ান হৈ গৈচে, সিইঁতকো সুস্থ কৰিবলৈ তেঁও নিপুন । মই কোআৰ দৰে তেঁওৰ ওচৰলৈ গৈ এতিয়াও উপকাৰ পাব পাৰা । তেঁওৰ ঘৰ এৰ্ডাৰতকৈ দুৰ ন হয়; তেঁওক জদি ঘৰত নো পোআ, তেন্তে সুঅলা নামে তেঁওৰ এজন সুঅনি ডেকা পুতেক আছে, তেঁও বাপেকেৰে প্ৰায়ে সমান কৰিব পাৰে । মই কৈচোঁ, সেই ঠাইতে ভাৰৰ পৰা মুকলি হবা; পাচে জদি তুমি আগৰ নিবাসি ঠাইলৈ জাবলৈ ভাল নে দেখা, আৰু মযো তালৈ পাঁচিবলৈ মন ন কৰোঁ, তেন্তে এই গাঁৱলৈ আহিবৰ নিমিত্তে তুমি লৰা তিৰোতালৈ বাত্ৰা দিবা; সুদা ঘৰ অনেক আছে, তাৰ এটা সান্তা ৰূপে তেৰন দি লব পাৰিবা । সেই খন গাঁৱত খোআ বোআবো সান্তা আৰু উত্তম; আৰু তাওঁকেও জিহেৰে তোমাৰ দিনৰ সুখ সাধ্য হব, তোমাৰ সকলো চুবুৰিয়াবিলাক ভদ্ৰ লোক, সুখিয়াতি আৰু সদ আচাৰ প্ৰৱৰ্তা মানুহ হব ।

এই কথা সুনি খ্রিষ্টিয়ান সংসয়ত পৰি কিছু কাল বৈ থাকি, পাচে থিৰ কৰি মনতে বুলিলে, এই জন মহন্ত লোকে জি কৈচে, সেয়ে জদি স্বৰূপ হই, তেন্তে তেঁওৰ বুধি লোআ মোৰ ভাল । ইয়াকে ভাৰি আকৌ তেঁওক এই ৰূপে সুধিলে, বোলে, আন্তা, সেই উত্তম লোকৰ ঘৰলৈ কোন পোনে বাট ?

সংসাৰ-গিয়ানি । সৌআ কিচু ওখ ঢোকা পৰ্বত দেখিচা নে ?

খ্রিষ্টিয়ান । হই, তালকৈ দেখিচোঁ ।

সংসাৰ-গিয়ানি । বাৰু, সেই পৰ্বতৰ দাঁতিএই আৰ লাগে; প্ৰথমতে জি ঘৰ পাই, সেয়ে ।

এতেকে খ্রিষ্টিয়ান আপোনাৰ পথৰ পৰা একলিয়া হৈ, উপকাৰ লবৰ নিমিত্তে সুিভূত বিধান-সিখ্যকৰ ঘৰলৈ জাবলৈ ধৰিলে; কিন্তু দেখা, জেতিয়া পৰ্বতৰ ওচৰ পালে, তেতিয়া তাক বৰ ওখ জেন দেখে, আৰু বাটৰ ওচৰে জি ফাল আছিল, সি অতি আহুনিয়া গৰা, আৰু তাৰ মুৰত পৰে বুলি ভই লাগি, খ্রিষ্টিয়ানে আৰু জাবলৈ সাহ নে পাই, কি কৰিম বুলি নে জানি থোহ মোহকৈ থিয় হৈ থাকিল । আৰু তেতিয়া তাৰ বোজা আগতকৈও গধুৰ জেন বুজে; আৰু পৰ্বতৰ পৰা জুইৰ সিখা ওলোআত, সি পোৰে বুলি বৰ ভই কৰিলে; তাতে খ্রিষ্টিয়ানৰ গাৰ ঘাম ওলাবলৈ ধৰি সি কঁপি



কঁপি আছিল। তেতিয়া সংসাৰ-গিয়ানিৰ আলচ লোআৰ কাৰনে তাৰ মনত বৰ খেদ হৈছিল। এনে সময়ত উপদেসকক তালৈ পোনাই ওচৰলৈ আহিবৰ দেখিলে, তেঁওক দেখি খ্ৰিষ্টিয়ানৰ মুখ লাজেৰে তেজ জেন ৰঙা হৈ গল। পাচে উপদেসক ক্ৰমেৰে চাপি চাপি তাৰ ওচৰ পালত গম্ভিৰ আৰু ভয়ানক বদনেৰে তালৈ চাই, তাৰ দোস বুজাবলৈ ধৰি বুলিলে, এই ঠাইত কি কৰা, খ্ৰিষ্টিয়ান?

সেই কথা সুনি খ্ৰিষ্টিয়ানে কি উত্তৰ দিম, তাক নে জানি বোবা হৈ থাকিল। তেতিয়া উপদেসকে আৰু বুলিলে, মই জি মানুহ বিনাস নগৰৰ গৰৰ বাহিৰে কান্দি থকা দেখিলোঁ, তুমি সেইটো নো হোআ নে?

খ্ৰিষ্টিয়ান। হই, প্ৰিয় আতা, সেই মানুহ মই।

উপদেসক। সেই সৰু দুআৰলৈ মই তোমাক বাট দেখুউআ নাই নে!

খ্ৰিষ্টিয়ানে বোলে, হই, প্ৰিয় আত।।

উপদেসক। তেন্তে কি কাৰনে এইমান বেগতে বাটৰ পৰা একলিয়া হৈ গৈচা? কিয় নো এইটো তোমাৰ বাট ন হই।

খ্ৰিষ্টিয়ান। নিৰ্ভাৰসা দলদলনি পাৰ হলত এজন মহন্ত লোকৰ লগ পালোঁ সমুখে থকা গাঁৱত মোৰ বোজা গুচাব পৰা এজন লোক পোআ জাব বুলি, মোক এই কথা বুজাই পতিওআলে।

উপদেসক। সেই জন কেনে মানুহ?

খ্ৰিষ্টিয়ান। এজন মহন্ত লোক জেন দেখোঁ; মোক নৰহ কথা কৈ, সেসত তাৰ বুধি লবলৈ মোৰ বিস্বাস কৰালে, এই হেতু এখেলৈ আহিচোঁ; কিন্তু এই পৰ্বত পাই, বাটৰ ওপৰত গৰাৰ সিল এই দৰে ওলমি থকা দেখি, মোৰ মুৰত পৰিব জেন বুজি একে বেলিএ থমকি ৰলোঁ।

উপদেসক। সেই মহন্তে তোমাত কি কলে?

খ্ৰিষ্টিয়ান। তই কলৈ জা, এই কথা মোত সুধিলে, মস্নো তাকে কলোঁ।

উপদেসক। আৰু তাত বাজে সি কি কলে?

খ্ৰিষ্টিয়ান। পাচে তোৰ লৰা চোআলি আচে নে নাই, ইয়াক সোধাত মই তাকো কলোঁ; কিন্তু মোৰ পিঠিত থকা ভাৰৰ কাৰনে আগৰ নিচিনাকৈ সিবিলাকত সন্তোস নে পাঁও বুলি কৈচোঁ।

উপদেসক। পাচে আৰু কি কলে?

খ্ৰিষ্টিয়ান। মোৰ ভাৰৰ পৰা মুক্তি পাবলৈ বেগতে উপাই কৰিব দিচে, তাতে মই কলোঁ, তাৰ পৰা জিৰনি পাবলৈ মোৰ ইচাহে; আৰু মুক্তিৰ ঠাইলৈ কি ৰূপে জাব পাৰিম, এনে সিখ্যা পাবৰ নিমিত্তেহে মই সৌ খন সৰু দুআৰলৈ জাবলৈ ধৰিচোঁ, ইয়াকে মই তাক বুলিলোঁ। তেতিয়া আপুনি মোক জি বাটত জাব দিলে, সেই বাটতকৈ উত্তম, চমু, আৰু এইমান আপদ ন থকা এটা বাট দেখুআম বুলি মোত কলে; আৰু জি মহাজনে এনে ভাৰ গুচাব জানে, তেঁওৰ ঘৰলৈ এই বাট পোনাইচে বুলি কলে। তাতে তাৰ কথা পতিয়াই বেগতে ভাৰৰ পৰা জিৰনি পাঁও কি চাঁও, এই আসাৰে সেই বাটৰ পৰা একলিয়া হৈ এই বাটত সোমালোঁ, কিন্তু ঠাই পোআত ইয়াৰ কথা জি ৰূপ হৈচে, তাক সত্য ৰূপে জানি, মই আগেয়ে কোআৰ দৰে আপদৰ ভয়ত থমকি ৰলোঁ; কিন্তু এতিয়া মই কি কৰিব লাগে, তাক নে জানোঁ।

তেতিয়া উপদেসকে কলে, তুমি কিচু কাল ৰবা, মই তোমাত ইস্বৰৰ কথা বুজাম। তাতে খ্ৰিষ্টিয়ান থিয় হৈ কঁপি কঁপি ৰৈ থাকিল। পাচে উপদেসকে কলে, সাৱধান হোআ, তোমোলাকে উপদেস দিয়া জনৰ কথা সুনিবলৈ বিমুখ ন হবা; কিয়নো প্ৰিথিবিত থকা উপদেসকৰ কথা সুনিবলৈ বিমুখ হোআবিলাকে জদি নে সাৰিলে, তেন্তে স্বৰ্গৰ উপদেসকৰ পৰা বিমুখ হলে, আমি সিইততকৈ কিমান নিচয়েৰে নে সাৰিম! আৰু ইয়াকো কলে, পুন্যৱন্ত জন আপোনাৰ বিস্বাসৰ জোআৰাই জিব; কিন্তু ধৰমৰ পৰা জদি উল-

টৈ, তেন্তে সেই জনত মোৰ আত্মাই সন্তোস ন হব। আৰু সেই কথাৰ অৰ্থ তাৰ গাত পেলাই এই ৰূপে বুজালে; জি মানুহে এনে দুৰাৱস্থালৈ খেদি গৈছে, সেই জন তুমিএই; সৰ্ব্বোপৰি জনৰ আদেস হেলা কৰিবলৈ আৰম্ভন কৰিলা; আৰু কুসলৰ পথৰ পৰা তোমাৰ ভৰি হোহোকাই নিয়াত তুমি প্ৰায়ে আপোনাৰ বিনাসৰ সঙ্কটত পৰিলা।

তেতিয়া খ্ৰিষ্টিয়ান মৰাৰ দৰে তেঁওৰ ভৰিত পৰি কান্দি কান্দি বুলিলে, হাই হাই সাও পোৱা জি মই, মই সৰ্ব্বনাস হলোঁ! ইয়াকে দেখি উপদেসকে তাৰ সোঁ হাতত ধৰি তুলি তাক বুলিলে, মানুহবিলাকৰ সকলো বিধ পাপ আৰু নিন্দা সিইতলৈ খেমা হব, অবিস্বাসি ন হৈ বিস্বাসি হোৱা। তেতিয়া খ্ৰিষ্টিয়ানে একেৰিমান পূৰ্ব্বৰ উসাহ লৈ উঠি, আগৰ দৰে উপদেসকৰ ওচৰত থিয হৈ কঁপি আছিল।

তেতিয়া উপদেসকে আৰু বৰ্হাই কলে, জি কথা মই তোমাত কঁও, তালৈ অতি সাৱধানে মন দি সুনা। জি মানুহে তোমাক ভুলালে, সি কোন, আৰু জি মানুহলৈ তোমাক পঠালে, সেই জনো কোন, ইয়াকে তোমাত দুজাম। জি জনে তোমাক লগ পালে, সি সংসাৰ-গিয়ানি। তাৰ এই নাম স্বৰূপ; কিয়নো সংসাৰৰ ভাৱে জি উপদেস, সি তালৈহে মন দিএ, সেই কাৰনে গিৰ্জ্জা কৰিবৰ নিমিত্তে সদাই নিতি গাঁৱলৈ জাই। আৰু সেই সংসাৰিক উপদেসে পেৰেজনি অৰ্থাত প্ৰভুৰ প্ৰাচিতৰ কথাৰ পৰা মানুহক একআই দেখি, তাক ভাল পাই; এই হেতুকে তাৰ সংসাৰিক মন হোৱাত মোৰ স্বৰূপ ধৰম পথক লুটিয়াবলৈ জতন কৰে। সেই মানুহৰ আলচত তুমি অতি ঘিন কৰিব লগা তিনটা কথা আছে; ১, বাটৰ পৰা তোমাক আঁতৰোৱা; ২, পেৰেজনিলৈ তোমাৰ মন অনিচা কৰাবলৈ জি জতন; ৩, মৰন জনমোৱা নিয়মলৈ পোনোৱা বাটত তোমাৰ ভৰি ঘুৰাই চলোৱা।

প্ৰথমতে। সি বাটৰ পৰা তোমাক জে আঁতৰালে, তাৰ এনে কৰম ঘিন কৰিব লগা; অকল সেয়ে ন হই, তুমি জে সম্মত হৈছিলা, তাকো ঘিন কৰিব লাগে; কিয়নো সেই কৰম কৰাত তুমি সংসাৰ-গিয়ানি মানুহৰ কথাৰ নিমিত্তে ইস্বৰৰ কথা তিয়াগ কৰিলা। প্ৰভুএ কৈছে, ঠেক দুআৰে দি সোমাবলৈ জতন কৰা; মই জি সৰু দুআৰ দেখালোঁ, সেইটো; কিয়নো জি দুআৰ আৰু বাটে দি পৰম আয়ুসলৈ জাই, সেই দুআৰ দুৰ্গম, বাটো ঠেক, আৰু তাক পোৱা মানুহ তাকৰ। সেই সৰু ঠেক দুআৰ, আৰু তালৈ জোৱা বাট, দুইৰো পৰা সেই দুষ্ট মানুহে তোমাক আঁতৰাই সৰ্ব্বনাসৰ কাসলৈ আনিলে; এতেকে তাৰ আঁতৰোৱা কৰম ঘিন কৰা, আৰু তুমি তাৰ কথা সুনাত আপোনাকো ঘিন কৰা।

দুতিয়তে। তোমাৰ মন পেৰেজনিলৈ অনিচা কৰাবলৈ তাৰ জি জতন, তাকো ঘিন কৰিব লগা; কিয়নো মিচৰ দেসৰ সকলো সম্পত্তিতকৈও তাক প্ৰিতি কৰা আৱস্যক। তাত বাজে সকলো ঐস্বৰ্জ্যৰ বজাই তোমাত কৈছে, জি কোনোএ আপোনাৰ প্ৰান ৰাখিব খোজে, সি তাক হেৰুআব; আৰু কোনোএ জদি মোৰ ওচৰলৈ আহি আপোনাৰ বাপেক, মাক, তিৰোতা, লৰা, ভাই ভনিবিলাক, আৰু আপোনাৰ প্ৰানকো অপ্ৰিয় বুলি নে মানে, সি মোৰ সিস্য হব নোৱাৰে। এই হেতুকে সত্য জনাই জিহৰ অৰ্থে কৈছে, তাৰ বাহিৰে তুমি পৰম আয়ুস নো পোৱা, তাৰেই তোমাৰ মৰন হব, এনে উপদেস জদি কোনো জনে তোমাক সোৱাব খোজে, তেন্তে তুমি সেই উপদেস আৱস্য ঘিন কৰিব লগা, ইয়াকে মই কৈছোঁ।

ত্ৰিতিয়তে। মৰন জনমোৱা নিয়মলৈ জি বাট পোনাইছে, সেই বাটত তোমাৰ ভৰি ঘুৰাই নিয়াকো ঘিন কৰিব লাগে। এই কথা বুজিবৰ নিমিত্তে সি জি জনৰ ওচৰলৈ তোমাক পঠিয়ালে, সেই জন কোন, আৰু

তোমাৰ ভাৰ গুচাবলৈ সি কেনে অসমৰ্থ, তাক বিবেচনা কৰা।

জিবনি পাবৰ নিমিত্তে জি জনলৈ তোমাক পাঁচিলে, সি বেটিৰ গৰ্ভত ওপজা জন; সেই বেটি এতিয়ালৈকে আপোনাৰ লৰাইতে সৈতে বন্দি হৈ আছে; উপমাৰ দোআৰাই সেই তিবিৰ অৰ্থ, এই জি চিনই পৰ্বত তোমাৰ মুৰত পৰে বুলি ভই কৰিলা, তাক বুজাই। তাই আৰু লৰাইতো জদি বন্দি হৈ থাকে, তেন্তে সিইতৰ দোআৰাই তুমি মুকুত হব পাৰিম বুলি কেনেকৈ আসা কৰিচা? এই হেতুকে ভাৰৰ পৰা মুকলি কৰিবলৈ এই বিধান-সিখ্যকৰ সাধ্য নাই। এতিয়ালৈকে কোনো মানুহ তেঁওৰ দোআৰাই কেতিয়াও মুকলি হোআ নাই, আৰু আগলৈকো হবলৈ অসম্ভাও। বিধানৰ কৰমেৰে পাপৰ ভাৰ গুচাব নোআৰা; কিয়নো বিধানৰ কৰমৰ দোআৰাই কোনো প্ৰানি পুন্যৱন্ত সিধা হব নোআৰে। এই হেতুকে সেই সংসাৰ-গিয়ানি মহন্ত এটা পৰ দেসি লোক, আৰু বিধান-সিখ্যক মহাজন হলে সি ভাঁৰি কোআ, তাৰ পুতেক সুঅলাও কপটিয়া, তোমাক উপকাৰ কৰিব নোআৰে। মোৰ কথা পতিয়াবা; সেই অগিয়ানি মানুহবিলাকৰ জি জি ডাঙৰ কথা সুনিলা, সেই সকলো কথা একো ন হই; মই দেখুউআ পথৰ পৰা তোমাক ওলটাই, পৱিত্ৰান হেৰুআবলৈ তোমাক ভুলাবৰ উপাই মাথোন কৰিচে। এই ৰূপে কৈ এঁটালত তেঁওৰ কথাত প্ৰমান হবৰ নিমিত্তে আকাসলৈ বৰ মাতেৰে বিৰিয়াই জান্না কৰিলে; তেতিয়া ওপৰে থকা পৰ্বতৰ পৰা জিহেৰে খ্ৰিষ্টিয়ানৰ গোটেই গাৰ নোম সিয়ৰিলে, এনে অগ্নি আৰু আকাসি বানি ওলাল। জি মাত সুনা গৈচিল, তাৰ বচন এই; জিবিলাক বিধানৰ কৰমৰ অধিন, সেইবিলাক সাও পোআ হই; কিয়নো এনে লিখা আছে, বিধানৰ পুথিত-লিখা জি কৰম, সেই সকলো কৰম জি জনে নিচিন্ন ৰূপে পালন ন কৰে, সি সাও পোআ হই।

এই সকলো কথা সুনি মৰনৰ বাহিৰে আন একোলৈ এসা ন থকাত খ্ৰিষ্টিয়ানে বৰ সোকেৰে কান্দিবলৈ ধৰিলে; আৰু জি কালত সংসাৰ-গিয়ানিৰ লগ পাইচিল, সেই কালকে সাও দি তাৰ কথা সুনাৰ কাৰনে আপোনাক ধনিয়াতকৈ এহেজাৰ গুন অগিয়ানি বুলিলে; আৰু সেই মহন্তৰ জি কথা কেৱল সংসাৰিক স্বভাৱৰ পৰা কলে, সেই কথাই জে তাক সত্য পথৰ পৰা ওলোটোআব পাৰিচিল, ইয়াকে মনত ভাৱি অতি লাজ পোআ হল। তাৰ পাচে সি আকও উপদেসকত মাত লগাই এই ৰূপে সুধিলে।

খ্ৰিষ্টিয়ান। হে আতা, আপোনাৰ মনে কি ধৰে? মই এসা কৰিবৰ ঠাই আছে নে? আৰু এতিয়া উলটি গৈ সেই সৰু দুআৰত সোমাব পাৰিম নে; নাইবা মোৰ এই অপৰাধৰ কাৰনে মোক তিয়াগ কৰি, লাজ দি তাৰ পৰা ওভোতাই খেদাব? এই মানুহৰ আলচ সুনাত মই মনত বৰ খেদ কৰিচোঁ; কিন্তু মোৰ পাপ খেমা হব পাৰিব নে?

তেতিয়া উপদেসকে কলে, তোমাৰ অপৰাধ বৰ ডাঙৰ হই; কিয়নো তুমি দুই পাপ কৰিলা; তুমি উত্তম পথ এৰিলা, আৰু তাত বাজে নিসেধ হোআ পথত গমন কৰিলা; তথাপি দুআৰৰ গৰাকিএ তোমাক গ্ৰহন কৰিব; কিয়নো মানুহবিলাকলৈ তেঁওৰ অতি অনুগ্ৰহ আছে। এই কথা মাথোন সোঁআৰা, আকও জেন এফলিয়া নো হোআ, এই নিমিত্তে সাৱধান কৰা; কি জানি তেঁওৰ ক্ৰোধ অলপ মাথোন জলিলে, তুমি পথৰ পৰা নষ্ট হবা। তেতিয়া খ্ৰিষ্টিয়ান ঘুৰি উভতি জাবলৈ ধৰিলে; আৰু উপদেসকে তাক চুমা দি এবাৰ মিচিকাই, ইস্বৰে তোমাক আসিৰ্বাদ কৰোক বুলি বিদাই দিলে। তেতিয়া সি বেগেৰে সৈতে জাবলৈ ধৰিলে; বাটত থকা কোনো মানুহত কথা ন কলে, আৰু কোনেও জদি তাত কিবা সোধে, তেও সি উত্তৰ কৰিবলৈ মন নি দিএ। নিসেধ হোআ ঠাইতে

জোআ এজনৰ নিচিনাকৈ গল; আৰু সংসাৰ-গিয়ানিৰ বুধিৰে চলিবলৈ জি বাট এৰি গৈছিল, সেই বাট আৰুও নে পাই মানে মোৰ ৰখ্যা পৰিল বুলি ভাবিব নোআৰিলে। ॥

## ধৰমি চহৰিয়া এজনৰ বিবৰন।

The Pious Villager.

এটা মানুহে বিৰভুম জিলাৰ দখিন ফালে অজই নৈৰ পাৰৰ কোনো এখান সৰু গাঁৱত আছিল। হিন্দু কুলৰ খেতিয়ক ডোমৰ ঘৰত জনম পোআ হৈ, হিন্দু মতৰ দৰে দেও পুজা আদি কৰম অনেক দিনৰে পৰা কৰি আছিল। সেই সকলো হিন্দুৰ কৰমত জেতিয়া সি অতি পাৰ্গত হৈ গল, তেতিয়া পৰম ইশ্বৰে আপোনাৰ পূৰ্ব্বৰ গিয়ানৰ দৰে তাৰ বুৰি মাকক খ্রিষ্টিয়ান পথলৈ নিমন্ত্রন কৰিলে।

এতিয়া প্রথমেই সেই তিৰোতা মানুহৰ কথা অলপ লিখিম, তাৰ পাচতে সেই জনৰ কথা লিখা জাব। এই জগতলৈ পাপি লোকৰ ত্রান কৰ্ত্তা এজন আহিছিল, সেই তিৰোতা মানুহে এই কথা আপোনাৰ দেসৰ কোনো এটা মানুহৰ মুখে সুনি, সেই ত্রান কৰ্ত্তাত বিশ্বাস কৰি পুতেক, জিএক, আৰু মিতিৰ কুটুম সকলোকে এৰিলে। আৰু কি খাম, কি পিন্ধিম, মই বুৰি বাঁৰি তিৰোতা মানুহ, মোক কোনে আৰ্জ্জি দিব, এইবিলাক একো চিন্তা ন কৰিলে। আৰু তেতিয়া সেই বিৰভুম জিলাত কোনো পাদুৰি চাহাবো নাই, পৰ্ব্বতিৰৰ কাৰনে কোনোবাই কিবা উপকাৰ কৰিব, এনে আসাও নাই কিচিল। এই সকলো চিন্তাৰ কাৰন থকাতো তাই সেই প্রভুত দ্রিঢ় বিশ্বাস কৰি তেঁওৰ পাচত জোআ হল।

সেই চহৰিয়া মানুহৰ বুৰি মাকে সেই ৰূপে খ্রিষ্টিয়ান ধৰম গ্রহন কৰিবলৈ ধৰিলত কিছু দিনৰ পাচে সি আৰু তাৰ বাপেক মাকেও হিন্দু ধৰম এৰিলে; বুৰি মাকৰ কাৰনেই হওক, বা ধৰম ভাবিএই হওক, তেওঁ এই পথত জোআ হল। পাচে আপোন বেৱহাৰৰ মতে খেতি কৰি, আপোনাৰ পৰিয়ালক পুহি পালি আছিল। এই ৰূপে থাকোঁতে, শ্রীৰামপুৰৰ পৰা এজন পাদুৰি চাহাব গৈ সেই গাঁও পালেগৈ; তাতে কোনো কোনো লোকে কলে, চাহাব, তোমোলাকৰ মতৰ মানুহ গোটা চাৰেক এই গাঁৱতো আছে। তেতিয়া সেই পাদুৰি চাঁহাবে বিচাৰি সিহঁতক দেখা পাই, সকলোএ বৰ আনন্দিত হল; আৰু দুই তিন দিন সিহঁতে সৈতে থাকি, ইশ্বৰৰ ভজন আৰু প্ৰাৰ্থনা কৰিলে। তাতে সিহঁতে ধৰমৰ অনেক সিখ্যা তেওঁৰ পৰা পোআ হল। তেতিয়া সেই মানুহে সৰু পুথি এখন পালে, তাৰ নাম প্রথম চৌত্রিসা, সেই পুথি তাৰ মন পালটনৰ কাৰন হল। সেই সময়ত সি ভালকৈ পৰ্হিব নোআৰিচিল, তথাপি সিকিবলৈ বৰ স্রম কৰিলে, অৰ্থাত স্রমেৰে দিনত খেতি পথাৰ কৰে, ৰাতি পৰ্হি থাকে; সেসতে পৰ্হিবলৈ তাৰ ইচা বৰকৈ বাৰ্হি জোআত, সি জেতিয়া পথাৰলৈ নাঙ্গল লৈ জাই, তালৈকে সেই সৰু পুথিও লগত লই; পাচে জেতিয়া আন মানুহবিলাকে নাঙ্গল এৰি ধঁপাত খাবলৈ বহে, তেতিয়া সি পুথি পৰ্হে। এই ৰূপে ইশ্বৰৰ অনুগ্রহতে তাৰ পৰ্হিবলৈ অলপ অলপ সক্তি হোআত, মনত সাহ পাই কেৱল ধৰম সাস্ত্র পৰ্হিবলৈ ধৰিলে, আৰু তাকে জিৱন দিয়া আহাৰ বুলি ভাবিলে।

খেতি কৰাৰ নিমিত্তে প্রাই অনেক দিনলৈকে খ্রিষ্টিয়ান লোক নো হোআকৈ সি অকলেই আপোনাৰ তিৰোতাই সৈতে পলি গাঁৱত আছিল। সেই ঠাইত থাকোঁতে জেনে আচাৰ বেৱহাৰ কৰিচিল, তাক অলপ লিখিম।

সি বৰ উদাৰ মানুহ, কপট বা চল কৰা কথা একো নে জানে; সকলোএ সৈতে অকপট ভাৱে বেৱহাৰ কৰে। আৰু তাৰ চাৰিও ফালে থকা দেও পুজক মিতিৰবিলাকে বোলে, এঁও বৰ হোজা মানুহ, কাকো একো ভাবি ন কই। গাঁৱৰ মাজত জেতিয়া বৰ খেমালি, নাইবা নচা, গিত গোআ, বা বাজনা

বহুদোআ হই, সি তালৈ জাবৰ নিমিত্তে মানুহবিলাকে বৰকৈ মাতেহি; তথাপি তালৈ জাওক চাৰি, সেইবিলাক কৰম জে নিচয়ে ইশ্বৰৰ আগত ঘিন লগা হই, ইয়াৰে জনাই, খেদ চিত্তেৰে সিইতৰ সেই কৰম জেন নষ্ট হই, এই কাৰনে স্বৰগত থকা পিত্ৰিৰ আগত প্ৰাৰ্থনা কৰে। আৰু উপজিবৰে পৰা মৰনৰ দিনলৈকে সি কোনো ৰাগি ধৰা বস্তু খোআ নাই।

বিস্ৰাম বাৰৰ দিন জেনেকৈ মান্য কৰা উচিত হই, সেই ৰুপে মান্য কৰে; আৰু সেই দিনা খেতিত চাহ কৰিবলৈ, নাইবা নাঙ্গলৰ ফাল খুআবলৈ, জুঅলি সজাবলৈ, কোৰ ধৰিবলৈ, নাইবা কাচি কুটাবৰ কাৰনে কমাৰৰ ঘৰলৈকে বা আন কিবা সৰু কৰম কৰিবলৈ কলৈকো নে জাই; অকল খ্ৰিষ্টিয়ান ভাইবিলাকে সৈতে ইশ্বৰক ভজিবলৈ এপৰ মান বেলিৰ বাট গৈ, আকও সেই বাটেই আপোনাৰ ঘৰলৈ উভতি আহে। জদি সেই দিনা খেতিৰ মাটি বেয়া হই, নাইবা আন কিবা হানিএই হই, তেও ইশ্বৰৰ আগ্যা উলংঘা ন কৰি ইশ্বৰক সাখ্যাতকৈ মানি তেঁওৰ সকলো কৰম কৰে। লোকক দেখুআবলৈ কিবা কপটেৰে কৰম কৰে, তেনে ন হই; কিয়নো সেই ৰুপে ভাল বেৱহাৰ ন কৰি, বা বিস্ৰাম বাৰক পালন ন কৰিলে, তাক বেয়া বুলিবলৈ কোনো খ্ৰিষ্টিয়ান লোক তাৰ ওচৰত নাই কিচিল; এই কাৰনে সি এজন ইশ্বৰলৈ ভই কৰোঁতা লোক আচিল, ইয়াক নিচয়ে জনা হল। আৰু তাৰ মুখৰ পৰা এনেহে প্ৰাৰ্থনা ওলাই, লোকে সুনা মাত্ৰকে ই একান্ত ভক্তিৰে সত্য প্ৰাৰ্থনা হই বুলি বুজিব পাৰে।

অনুমানে তাৰ বয়স ৩৫ বা ৩৬ বচৰৰ সময়ত সৰিলৰ ভিতৰত তাৰ কিবা ৰোগ এটা হৈচিল, তাক কোমো বেজে ঠিক কৰিব নোআৰিলে; কিন্তু সেই ৰোগতো তিনি চাৰি বচৰলৈকে সকলো কৰম কৰিব পৰা হৈ আচিল। পাচে লাহে লাহে বল হানি হলত মনৰ ভিতৰত চইতানে আহি এটা বৰ পৰিখ্যা এই ৰুপে কৰিচিল, তুমি জাক ভজিচা, তেঁওক তিয়াগ কৰা, কিয়নো এতে দিন হল, তেঁওৰ নামে একান্ত প্ৰাৰ্থনা কৰি থকাতো তেঁও তোমাক ভাল কৰিব নোআৰিলে। বৰ আচৰিত! সেই সময়ইতে তাৰ লগৰ এটা লোক আহি কলে, কিয় তুমি এই ৰোগত মৰিবলৈ ধৰিচা! অমুক ঠাইতে এটা ভুতৰ বেজ আচে, তেঁওৰ ওচৰলৈ জোআ, জি ৰুপে হেজাৰ হেজাৰ লোকৰ ৰোগ ভাল কৰিচে, তোমাৰো ৰোগ ভাল কৰিব। সি বুলিলে, তাক মই কোনো ৰুপে কৰিব নোআৰোঁ; জদি মোৰ এই ৰোগতে মৰন হই, তেও ভই ন কৰোঁ; কিয়নো মই জি জনক আস্ৰই কৰিচোঁ, তেঁও প্ৰধান বেজ; তেঁওৰ জদি ইচা হই, এতিয়াই ভাল কৰিব পাৰে, জদি ইচ্চা ন কৰেহে, তেন্তে মাৰি স্বৰগত আপোনাৰ ওচৰলৈ নিব। ভুতবিলাক ইশ্বৰ ন হই, অকল চইতানৰ বন্দি; মই জানিচোঁ, অকল য়িচু খ্ৰিষ্টে মোৰ পাপৰ পৰা মোক ৰখ্যা কৰিচে; তেঁওৰ বাহিৰে কাৰো ওচৰলৈ মই নে জাওঁ, তেঁওক মই পাইচোঁ, অকল তেঁওৰ ওচৰতে থাকিম

জেতিয়া নৰিয়া টান হল, তেতিয়া সি আপোনাৰ বৰ পুতেকক ধৰম সাস্ত্ৰ পঢ়িবলৈ আৰু প্ৰাৰ্থনা কৰিবলৈ আগ্যা কৰিলে। আৰু মৰনৰ দুই তিনি দিনৰ আগেএ আপোনাৰ তিৰোতাক মাতি বুলিলে, তুমি মোৰ এনা এৰা, মোৰ কাৰনে মনত দুখ ন কৰিবা. সকলোকে ইশ্বৰত সোধাই দিয়া; মোৰ একে ভই নাই, মনত সান্তনা পাই আচোঁ; তোমাৰ আৰু লৰাবিলাকৰ প্ৰতিপাল ইশ্বৰে কৰিব। এনে অনেক কথা আপোনাৰ মৰনৰ কালত কলে; তাৰ সৰহকৈ মনত পৰা নাই. আৰু জি পত্ৰত তাৰ মৰনৰ কথা লিখিচিল. সেয়ে হেৰাল!

সেই জনে প্ৰভুৰ পথত অন্তলৈকে থিৰে থাকি, ইংৰাজি ১৮৪৬ সঁকৰ ১১ আগষ্ট প্ৰভুত মহা সয়ন কৰিলে। ই. হ. ৰ.

## কিৰ্পিনৰ পটন্তৰ।

The Miser.

এটা কিৰ্পিন ধনৱন্ত মানুহে বাপেকৰ কালৰ অনেক ধন পাই, সেই ধনৰ লগত আৰু সৰহকৈ ধন গোটাম বুলি, যেতি কৰি তাৰ উত্পন ধান, মাহ, আৰু সৰিয়হ, কুহিয়াৰ, তামোল, পান, এই সকল বেচি, অনিয়ায়েসে বেপাৰ কৰিও অনেক ধন পালে. আৰু মন বাৰ্হি কোআত ক্ৰমেৰে খেতিও সৰহকৈ কৰিলে। তাৰ উত্পনো সৰহ হলত সি আগতকৈও কিৰ্পিন হল; খেতিৰ বস্তু খুজিলে কাকো একো নি দিএ, আৰু আপুনিও সৰিলত খোআত দুখ দিব ধৰিলে; দিন মুৰি এমাঁজ মাধোন খাই, এই ৰুপে কষ্ট কৰি অনেক ধন সাঁচিলে। পাচে বুৰা হৈ ধন আৰ্জিব নোঅৰা হলত সেই আগৰ থকা সকলো সৰহ ধন পাট নাদ এটা কৰি তাতে সুমাই পুতি থলে। পাচে সি নিতৌ নিতৌ সেই ধন পোতা ঠাই চাই চাই, মোৰ এতেক ধন আচে বুলি অহঙ্কাৰ কৰি মন তুষ্ট হৈ থাকে। পৰে এক দুষ্ট চোৰে তাত ধন থকা গম পাই, লগৰ চোৰ মাতি লগ লৈ আহি, ৰাতি সেই ধন আটাইবোৰ খানি নিলে। পাচ দিনা পুআ গৰাকিএ সেই ধনৰ ঠাই চাই ধন নিয়া দেখি মনত বৰ দুখ পাই টাঁচ কৰে, মাটিত পৰি কান্দি কান্দি বৰ সোকেৰে বলিয়া জেন হৈ থকাত তাৰ মিতিৰ মানুহ আহি বুজনি দি অলপ যত্ন কৰি থলে। তেও সি আকও সেই ধনৰ সোকেৰে নে খাই কান্দি কান্দি থকাত মৰিব লগা হল। পাচে গাঁৱৰ গিয়ানি বৃিধ লোক এজন আহি কলেহি, বোলে, তুমি কিয় সোক কৰি কৰি কান্দি থাকা? সেই ধনেৰে নো তুমি কি কৰিচিলা? পোতা ধনৰ ওপৰৰ ঠাইত, ইয়াতে ধন আচে বুলি চাই মাধোন আচিলা; এয়েৰে এতিয়াও ইয়াতে ধন আচে বুলি, এই তোমৰ ঠাইকে আগৰ দৰে চাই মন তুষ্ট কৰি থাকিবা।

ডি মানুহে এই ৰুপে অনিয়ায়েহে ধন আৰ্জে, আৰু কিৰ্পিনালিকৈ ধন খৰচ ন কৰি পুতি থই, সেই মানুহৰে আৰু ধন নাই কিয়া দৰিদ্ৰুৰে একো ভিন নাই।

---

## পুৰনি অসম বুৰঞ্জি, নং ৭।

Dihingia Roja—War with the Kacharis.

লাকুনি প্লেৰ্কচিঙ্গা (৩৫) সঁকত ফুকুইমুং নৰা ৰজা আহি বৰ দেৰলিয়াৰ গাঁৱত আমাৰ লোকক ৰন ধৰিলেহি; দেও ঘৰৰ তিনটা মানুহ মাৰিলে, ধ্বাইলুম নামে হাতি এটা লৈ গল। পাচে ফাচেনমুন বৰ গোহাঁয়ে এই কথা ৰজা দেৰলৈ জনাই পঠালে। পাচে ৰজা দেৱে এই কথা সুনি, থাওমুং চেনৰং, ত্যাওচুংলুং কুংবিন কংচেঙ্গ, এই তিনিক এহেজাৰ মানুহ দি পঠালে, ৰজা দেৱে পাচত গৈ ৰুকমত একে ঠাই হলগৈ; ফুকুইমুঙ্গে হাতিএৰে আহি ৰন ধৰিলেহি। থাওমুং খামজাং, ফাতৰু পাকতুংখাম, এই দুয়ে ফুকুইমুঙ্গৰ লগত খেম কৰিলেহি। আমাৰ লাহচুঙ্গে আগ বাৰ্হি গৈ, ফুকুইমুঙ্গলৈ জাঠি মাৰিলে, তাৰ পিঠিত লাগি জাঠি পৰিল; আমাৰ লাহচুঙ্গক কাটিলে। ত্যাঙ্গিচু, লাচামৰাক, লাচামজই, এই তিনি বাপেক পুতেকে ভেঁটি ধৰি ঘোঁৰা খুঁচি মাৰিলে! এই মানে ফুকুইমুং নৰা ৰজা জুধ এৰি আমাৰ চুহুংফা দিহিঙ্গিয়া ৰজা দেৱলৈ ফুচেনতৌ কটকিক পঠাই প্ৰাৰ্থনা কৰিলে, বোলে, মোৰ ভনি নাংখামডেঙ্গকো দিম, ঘোঁৰা দুটাও দিম। এই বুলি নৰা কটকিক পঠালে; পাচে নৰা আহি এই ৰুপে জনালতহি ৰজা দেৱে চৌখাম কৰি সোধাই নৰাক বিদাই দিলে। নৰা গৈ তাৰ ৰজাত কলতগৈ, পাচে নৰা ৰজা ভনিএক নাংখামডেঙ্গক, ঘোঁৰা দুটাই সৈতে চুহুংফা দিহিঙ্গিয়া ৰজা দেৱলৈ ফুচেনতৌ, ফুনমুং, এই দুইক কটকিৰ হাতত দি পঠালে। লাকুনি কাতমুত সঁকত ফুনমুং, ফুচেনতৌ, এই দুই কটকি আহি কন্যাকে ঘোঁৰাকে দি ৰজা দেৱক সেৱা কৰিলেহি।

পাচে ৰজা দেৱে দিলে ফুক্লইমুং নৰা ৰজালৈ নাংখামপট নামে কন্যা একনি, দন্তাল হাতি ২ টা, ৰূপৰ চুলাৰে জাপি ২ টা। পাচে ৰজা দেৱে আহাৰৰ দিনত দিহিঙ্গলৈ আহি লাকুনি খুতচান (৩৮) সঁকত ত্যাওচুংনুং কুংৰিন, কংচেঙ্গক খাওমুংমুংতাই নাম দি সকলোৰো আগত বহিব দিলে; তাতত এই ঘৰ মিৰি। খাওমুং বানমুঙ্গক কেওখুন খাওমুংক্লাং নাম দি দিহিঙ্গিয়া বৰ গোহাঁই পাতি দিহিঙ্গতে থলে। চেংপিমক, চুংকংৰিনক, এই দুইক সমে দিলে, ত্যাপেত খামপিনক কানলুং নাম দিলে। আঘোনৰ সেস পৰ্য্যন্ত ৰজা দেও বাপেক পুতেক দুয়ে কচাৰিক জুধ কৰিবলৈ গল। খাওমুংচেনবং, খাওমুং ক্লিংখাম, এই দুইক আগ কৰি পঠালে; পাচে নামতি নদিএ উজাই গৈ কচাৰিৰ বৰ দুআৰ পালেগৈ। খাওমুং মুংতাও, খাওমুং মুংক্লাং, এই দুইক পানি ঘাটে গৈ ৰেৰিব দিলে; কচাৰিৰ ইটাৰ গৰৰ কাষৰত গৰ বান্ধিব দিলে। পাচে সমস্তে গৈ গৰ বান্ধি এঁটাই ৰজা দেও বাপেক পুতেকক আগ বাৰ্হি নিলেহি। পাচে ৰজা দেৱে গৈ মৰঙ্গিত ৰলগৈ। চুলেং চাৰিঙ্গিয়া গোহাঁই দেৱে, চুখ্রুং সক জনা গোহাঁয়ে, চুংমুং, কিংনুং, এই চাৰিএ দেৱৰ গাঁও পালেহি। ৰজা দেৱে মৰঙ্গিৰ পৰা ধনসিৰিএ ভাটিয়াই বৰ নদিএ উজাই সকলোএ দেৱৰ গাঁৱতে এঠাই হল। চুলেং চাৰিং ৰজাও, চুখ্রুং সক গোহাঁয়ো, এঁওৰে পুতেক ত্যাওচাওৰায়ো, এই তিনিএ নাৱে উজাই আহি এঠাই হল। পাচে ৰজা দেৱে সেই ঠাইতে নাও এৰি কচাৰিক জুধ কৰিবলৈ গল। খাওমুংক্লাং প্লাইখুং হাতিত উঠি আগ হল; খাওমুংচেনবং মাখুন্দি হাতিত উঠি পানি কাষৰে গল; খাও মুংখেনত্যো প্লাইলিক হাতিত উঠি গল; ত্যাওচুংনুং, কিংনুং, এই দুয়ে হাতিত উঠি পানি কাষৰে গল। ৰজা দেৱৰ দুই পুতেক পানি বাটে ৰজাৰ লগতে গৈ টৈমাৰাৰি পাইগৈ অঙ্কৰাজ পালেগৈ। ৰাতি পুআ আগৰ কাঠকটিয়া গাঁও পালেগৈ; কচাৰিএ আহি বাটতে খেদি ধৰিলেহি। তাতে আমাৰ খুনতাইৰ পুতেক মৰিল, মানুহো দুকুৰি মান পৰিল; খাওমুং ক্লিংখামৰ গাত কাঁৰ লাগি হুহকি আহিল। পাচে কচাৰিএ জুধ কৰি আহি আগৰ কাঠকটিয়া গাঁও পালেহি; খাওমুং মুংক্লাং, খাওমুং চেনবং, খাওমুং ক্লিংখাম, এই তিনিএ জুধ ধৰিলেগৈ। কচাৰিএ জুধত বিস্তৰ কাঁৰ মাৰিলে, আমাৰ প্লাইখাং হাতিৰ ঠেঙ্গত কাঁৰ বিস্তৰ লাগিল। খাওমুং মুংতায়ে বাঁও ফালে বেৰি ধৰিলে, পাচে সকলো কচাৰি ভাগি গল, কিছু কচাৰি পৰিল। জুধৰ ঠাইতে ভাঙ্গৰিয়া সকলক থৈ ৰজা দেও প্লাইৰিন হাতিত উঠি দেৱৰ গাঁৱলৈ আহিল। গোহাঁই দেও সকলে নাৱে উজাই ৰজা দেৱৰ লগ ললেহি। পাচে ৰজা দেও গোহাঁই দেও সকলে দেৱৰ গাঁৱত এৰাতি থাকি নাৱে ভটিয়াই গল। ত্যাওচুংনুং কিংনুঙ্গৰ গৰৰ কাষৰত কচাৰিএ আহি গৰ দি ৰলহি। পাচে ৰজা দেৱে এই কথা সুনি খাওমুংতাই, খাওমুং চেনক, এই দুইক সোঁ ফালে পাঁচিলে; খাওমুং ক্লিংখাম, খাওমুং মুংক্লাং, এই দুইক বাঁও ফালে পাঁচিলে। পাচে সমস্তো লোকে দুই বাটে গৈ মৰঙ্গিৰ দেও ঘৰত বেৰি ধৰিলেগৈ। ত্যাওচুংনুংকিংনুঙ্গে নাও এৰি ভবে ধৰিলেগৈ। এনেতে কচাৰিৰ ডেকা ৰজাই ঘোঁৰাত উঠি ভাগি পলাই গল; কচাৰিৰ মানুহ পৰিল এহেজাৰ সাত স। পাচে আমাৰ লোক জন সহিতে ৰজা দেও বাপেক পুতেক দুই উজাই আহি নগৰ পালেহি। পাচে ৰজা দেৱে সকলোকো বঁটা বাহন দিলে।



## অনেক দেসৰ সম্বাদ।

Journal of Events.

নামডাঙ্গ নৈৰ ওচৰত থকা ন পুখুৰিৰ চুকত কেতবোৰ ডাঙ্গৰ সাপে প্ৰাই দুই বচৰৰ পৰা দামুৰি আৰু গাহৰি পোআলি আদি খাই থকাত তাকে গাঁৱলিয়াবোৰে বুজ পাই ধৰি মাৰিবৰ নিমিত্তে অনেক দিন জতন কৰি থকাত তাৰে বৰ পানি মৰলি সাপ এটা গাঁতৰ ভিতৰত পাই এধা মৰাকৈ ধৰি বান্ধি চাৰি মানুহে সাঙ্গিকৈ ২৩ জানুআৰিত জিলালৈ আনিলে। সাপটো দিঘলে ১০ হাত, বেৰে এহাত চই আঙ্গুল আছে।

আঙ্গামি নগাৰ বন কৰি এঁটালত সেনা সেনাপতি সকলো ডিমাপুৰলৈ উভতি আহিল। সেস জুধত আঙ্গামিএ সাহ পাই, আমি বন কৰিবলৈ এসা কৰি বাট চাই আচোঁ, কম্পানি আৰু মনিপুৰিয়াই অনেক বেলি আমাৰ গাঁৱলৈ আহিচে, কিন্তু জুধ ন কৰে, এতিয়া জুধ কৰোক, ইয়াকে বুলি বাত্ৰা পঠালত স্ৰীজুত সেনাপতিএ বৰ টোপেৰে গৈ সিইঁতক গুলিয়ালে। এডাঁৰ দুডাঁৰ বেলি সিইঁতে সাহ কৰে জুধ কৰি সিইঁতৰ ১০০ মান মানুহ পৰিলত আটাইবিলাক ভাগি গল। কম্পানিৰ মিতিৰ হোআ দুজন নগা মৰিল, আৰু কুলিএ সৈতে ৬ টা মান মানুহ থুন হল; চিপাহিবিলাকৰ কোনো ন মৰিল।

এই বচৰত ৰঙ্গপুৰ নগৰৰ মাটি বহু মানুহে খানি আগতকৈ ৰূপ, সোন, অলঙ্কাৰ, কাঁহ, পিতল, লো, এইবিলাক বস্তু সৰহকৈ ওলাইচে। প্ৰথমতে খানোঁতে সোনৰ অলঙ্কাৰ একলহ পাইচে, আৰু ১০০০ মান ৰূপ থকা একলহ। জি মানুহে ৰূপ কলহ পালে, আনবিলাকে তালৈ নৰি গৈ ওপৰত পৰি ডিঙ্গিত গচক মাৰি কলহ ভাঙ্গি জোঁটা পুটি কৰি সকলকো কাঢ়ি নিলে। পাচে গাঁৱলিয়াবিলাকে এই বাত্ৰা পাই চাৰিও ফালৰ পৰা আহি এহেজাৰ মান মানুহে খানিচে। এই ৰবে গৰগাঁৱতো এমখাই গৈ খানি কুৰি কাঁহি দুটাৰ বাহিৰে একো নে পাই উভতি আহিল।

আমেৰিকা দেসলৈ নিবৰ নিমিত্তে এজন চহকি মানুহে লঙ্কা দিপত ফুৰি অনেক হাতি



কিনি জাহাজত তুলি জানুআৰি ১৮ তাৰিখত গ্যাল নগৰৰ পৰা জাহাজ মেলি গল ।

ৰঙ্গপুৰ জিলাত ফেবৰুআৰি ২৩ তাৰিখত ১১৷৷ বজাত ভুঁইকঁপ গল ।

কলিকতা নগৰত ২ জানুআৰি তাৰিখত বৰফ অৰ্থাৎ পানি শিল বেচা ঘৰত নকচ নামে এজন ডেকা আমেৰিকান মানুহ আপোনাৰ সোআ খাটত মাৰি খোআ পালে । তাৰ গাত ১৫ । ১৬ দাৰ খোঁচৰ চিন আছিল । কাল ক্ৰমে ৪ জন আমেৰিকান জাহাজিক মানুহে ধনৰ চন্দুক চুৰকৈ নিবলৈ বিচাৰি, সেই মানুহে এঁটাহ পাৰে বুলি বধ কৰিলে, এই কথা নগৰত কোআ কুই কৰিলে । পাচে সেই ৪ জন মানুহ ধৰা হৈ বিচাৰ কৰ্তাৰ আগলৈ অনা হৈছিল; তাতে দোষ পোচ কৰাত বেৰি নামে সিবিলাকৰ মাজত জি জন ডেকা মানুহে নকচ চাহাবক বধ কৰিলে, তাক ফাঁচি দিবলৈ আগ্যা কৰিলে । তাক খেমা কৰি জনম ফাটক দিবলৈ পাদুৰি বোআজ চাহাৱ আদি ১৭০০ ইঙ্গৰাজি আৰু হিন্দু লোকে আৰ্জি লিখি নিবেদন কৰিলে. কিন্তু বিচাৰ কৰ্তাবিলাকে তাক কৰিবলৈ উচিত নে দেখিলে । পাচে ৩০ জানুআৰি তাৰিখত হেজাৰ হেজাৰ লোক গোট খাই চাই থাকোঁতে সেই বধ কৰাটক প্ৰান দণ্ড কৰা হল ।

বানাৰচ নগৰত ২৩ নৱেম্বৰত হস্তৰ নামে এজন চাহাবক জোঙ্গা কটাৰিৰে পোচাত এধা মৰা পালে । দিন চাৰেকলৈ জিয়াই থাকি কিচু স্বস্ত হৈ পাচে মৰিল; বধ কৰাবোৰ ধৰা ন পৰিল ।

মেদিনিপুৰ নগৰত থকা এজন ব্ৰাহ্মনে সি প্ৰুবৰ্তা নিতিৰ দৰে কালি দেবিৰ আগত নৰবলি দিলে । পাচে লোকে সেই কথা ভূ পোআত সি ধৰা পৰিল, আৰু তাক বিচাৰ কৰ্তাৰ আগলৈ নিলত তাক দোষ পোচ কৰি মানুহ বধিৰ প্ৰুমান পাই, প্ৰান দণ্ড আগ্যা দিলে ।

ইংলণ্ড দেসত থকা শ্ৰীযুত উইল্চন নামে সংস্কৃতৰ বৰ পণ্ডিত এজনে ঋগ্ বেদ ভাঙ্গি ইঙ্গৰাজি ভাসাৰে চাপি দেসত চলাইচে ।

বৰ্নিও দিপৰ চাৰোআক দেসাধিকাৰ চেৰ জেম্চ ব্ৰুক চাহাবে মহা ৰানিৰ আগ্যা পাই চিয়াম অৰ্থাত জিউতৰা দেসৰ ৰজাই সৈতে বেহা বেপাৰ কৰা জাহাজৰ নিৰ্বন্ধ কৰিবৰ নিমিত্তে বাঙ্কক ৰাজ নগৰলৈ গল । কিন্তু চিয়াম দেসৰ ৰজা ৰাজ মন্ত্ৰি আদি কৰি মান্তি ন হৈ নিৰ্বন্ধ ন কৰিলে । পাচে চাৰোআক দেসাধিকাৰ গলত চিয়ামৰ ৰজাই সংসই কৰি, ইঙ্গৰাজি জাহাজ আহি ৰন কৰে বুলি, ত্ৰিসুলি জোঙ্গা লোহাৰ অনেক অস্ত্ৰবিলাক জাহাজৰ বাট ভেঁটিবলৈ নদিৰ ভিতৰত পেলাই দিচে ।

## মাৰ্চ, অৰ্থাত চতৰ পঞ্জিকা ।

Almanac for March, 1851.

| মাচ | ফাগুন | বাৰ | দিনমান | চন্দ্ৰাস্ত | মাচ | চত | বাৰ | দিনমান | চন্দ্ৰাস্ত |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ৭ | ১১।২৮ | ২৮॥ | ১৬ | ৩ | ১ | ১১ ৫৪ | ১৩দ |
| | | | | | ১৭ | ৪ | ২ | ১১।৫৫ | ১৪দ |
| ২ | ১৯ | ১ | ১১।৩২ | ২৯॥ | ১৮ | ৫ | ৩ | ১১।৫৭ | ১৫দ |
| ৩ | ২০ | ২ | ১১।৩৪ | ০দ | ১৯ | ৬ | ৪ | ১১।৫৯ | ১৬দ |
| ৪ | ২১ | ৩ | ১১।৩৫ | ১দ | ২০ | ৭ | ৫ | ১২।০ | ১৭দ |
| ৫ | ২২ | ৪ | ১১।৩৭ | ২দ | ২১ | ৮ | ৬ | ১২ ১ | ১৮দ |
| ৬ | ২৩ | ৫ | ১১।৩৮ | ৩দ | ২২ | ৯ | ৭ | ১২।৩ | ১৯দ |
| ৭ | ২৪ | ৬ | ১১।৪০ | ৪দ | | | | | |
| ৮ | ২৫ | ৭ | ১১।৪১ | ৫দ | ২৩ | ১০ | ১ | ১২।৪ | ২০দ |
| | | | | | ২৪ | ১১ | ২ | ১২।৬ | ২১দ |
| ৯ | ২৬ | ১ | ১১।৪৩ | ৬দ | ২৫ | ১২ | ৩ | ১২।৮ | ২২দ |
| ১০ | ২৭ | ২ | ১১।৪৪ | ৭দ | ২৬ | ১৩ | ৪ | ১২।৯ | ২৩দ |
| ১১ | ২৮ | ৩ | ১১।৪৬ | ৮দ | ২৭ | ১৪ | ৫ | ২১।১১ | ২৪দ |
| ১২ | ২৯ | ৪ | ১১।৪৭ | ৯দ | ২৮ | ১৫ | ৬ | ১২।১২ | ২৫দ |
| ১৩ | ৩০ | ৫ | ১১।৪৮ | ১০দ | ২৯ | ১৬ | ৭ | ১২।১৪ | ২৬দ |
| ১৪ | ১ | ৬ | ১১।৫০ | ১১দ | | | | | |
| ১৫ | ২ | ৭ | ১১।৫২ | ১২দ | ৩০ | ১৭ | ১ | ১২।১৬ | ২৭দ |
| | | | | | ৩১ | ১৮ | ২ | ১২।১৭ | ২৮দ |

আমাবাস্যা ৩ তাৰিখৰ ৭।৩৩ পুআ বেলা । তাৰ মানিসা বাতি চন্দ্ৰাস্ত প্ৰায়ে ০দ চ পৰ হই ।

পুৰ্নিমা ১৭ তাৰিখ ৭।৩৭ ৰাতি ।

**THE ORUNUDOI,**

*Printed and published by* O. T. Cutter, *at the Sibsagor Mission Press.*—N. Brown, *Editor.*

# অৰুনোদই

৬ বচৰ। মোং সিৱসাগৰ, মার্চ, ১৮৫১। নম্বৰ ৩।

VOL. VI. SIBSAGOR, ASAM, MARCH, 1851. NO. 3.

## নায়াগৰা আদি নদি পতন।

Accouut of celebrated Cataracts.

প্রিথিবিৰ ওপৰত জি ওখ পর্বত আছে, প্রাই আটাইবিলাক অতি পুৰনি টান সিলৰ হই। কোনো ঠাইত মাটিৰ তলে পুৰনি সিল থাকে, কোনো মাটিৰ সিল নয়া; এই ৰূপে ভুমি বিধ বিধ আছে।; পর্বতত থকা জি পুৰনি সিল ওখ হৈছে, তাৰ পৰা জান আদি নদিবিলাক বৈ জাঁওতে খিয় গৰা পালে একে বেলিএ বৰ সবদেৰে হৰ হৰাই পৰে; আৰু বৰ বেগেৰে জোআত তলৰ মাটি খানি কুই পাতে। এই ৰূপে নদি খিয় গৰাৰ পৰা একে বেলিএ পৰাক নদি পতন বোলে। এনে পতন অনেক ঠাইত আছে; কিন্তু আটাইৰে মাজত নায়াগৰা পতন প্রধান।

সেই মহা ভয়ানক নদি পতন উতৰ আমেৰিকা দেসত আছে। চুপিৰিয়ৰ, মিসিগান, হুৰন, ইৰি, অন্তেৰিও, এই ৫ খন মহা সৰোবৰৰ মাজে দি জোআ জি নদিএ সেইবোৰৰ সকলো পানি সাগৰলৈ নিএ, সেই নদি বৈ গৈ ইৰি আৰু অন্তেৰিওৰ মাজত



View of Niagara Falls from the American side.

১১০ হাত ওখ হোআ গৰা পাই, জঁপিওআ দি গোটেই খন নদি একে বাৰে বৰ সবদেৰে কুইত পৰি জাই । মানুহে জেতিয়া তাৰ ওচৰলৈ গৈ প্ৰথমতে দেখে, ইস্বৰৰ মহা পৰাক্ৰম জেন বুজি কঁপি কঁপি থাকে । মেঘৰ গৰ্জনৰ দৰে তাৰ মহা তমবুল উঠি এপৰ বেলিৰ বাটলৈ সুনা জাই, আৰু তাৰ ওচৰৰ প্ৰিথিবি ঘৰ আদি সকলোএ সৈতে দিনে ৰাতিএ সদাই কম্পন হৈ লৰি থাকে । বৰ বেগেৰে পৰা হেতুকে ওপৰৰ পৰা তললৈকে গোটেই খন পানি বতাহত লৰা সাগৰৰ দৰে ফেনেৰে বগ [illegible] । আৰু তাৰ ওপৰত কুঁঅলি সদাই [illegible] সুৰ্জৰ ৰস্মি তাত পৰিলে দুখন বা [illegible] ধেনু ওলাই, দেখিবলৈকো উপম [illegible] সুন্দৰ ।

সেই নদি খন ২[illegible] ২।5 প্ৰথাত প্ৰায় এডাঁৱৰ বাট বহল [illegible] জি কুণ্ডত পৰিচে, সি কিমান দ, তাক জুখিব নোআৰি, অতি অগাধ । ওপৰে গৰাৰ মাজ ঠাইতে এডোখৰ সিলৰ মাজুলি আচে, তাৰ নোআৰাই নদি দু ধাৰা হল । সেই মাজুলিৰ নাও গোটাইলণ্ড, অৰ্থাত চাগলিৰ মাজুলি পুৰ পাৰে আমেৰিকাৰ মিল দেস, পচিম ফালে কানাদা দেস । আমেৰিকা পাৰৰ সুঁতি ৭৬০ হাত বহল, কানাদা পাৰৰ ১৪০০ বহল; সেই পাৰে গৰা কিচু চাপৰ, ১০০ হাত মাথোন ওখ । গিয়ানি লোকে গননা কৰি, দুই পাৰে প্ৰায় ২,৭২,০০,০০,০০০ মোন পানি ঘণ্টাই পতি পৰি গৈচে, ইয়াকে কই ।

সেই নদি উত্তৰ দিসলৈ জাই । গৰা ধেনু ভিৰিয়া হৈচে; বদ নো হোআত ভিতৰ ফালে দেখিবলৈ কলা আৰু বৰ ভয়ঙ্কৰ । গৰা বৰ আহুনিয়া হোআ হেতুকে গৰাৰ গুৰিত পানি ন পৰে, ৩৩ হাতৰ আঁতৰতে পৰে; তা[illegible] দি বাট হৈ আচে, বৰ সাহিয়াল মানুহ তাৰ ভিতৰ সোমাই জাই; কিন্তু পানিৰ সবদ [illegible], আৰু পানিৰ চিটিকনিৰে গাৰ কাপৰ [illegible] খনি তিতি জাই ।

গৰাৰ তল ফালে লোহাৰ গুনাৰে নৈৰ ওপৰত দলঙ্গ সাজি দিচে; তাতে মানুহ, ঘোঁৰা, ৰথ সকলো পাৰ হৈ গৈ আচে । দুয়ো ফালে গাঁও, আৰু আলহি ঘৰ অনেক আচে; প্ৰিথিবিৰ চাৰিও সিমাৰ পৰা তাক চাবলৈ বৰ লোক আৰু চহকি মানুহ আহি, দেখি বৰ ৰঙ্গ পাই । তামোচা হবৰ নিমিত্তে কেতিয়াবা সক জাহাজত বান্দৰ বা গাহৰি তুলি গৰাৰ ওপৰ ফালে পাৰিত মেলি দিএ, পাচে তাৰ কি হই, তাক দেখিবলৈ চাই থাকে । কিন্তু মানুহ বা পহু, জি প্ৰানি তাৰ কুইত পৰে, সি কেতিয়াও জিয়াই নোলাই । কোনো কালে সেই নদিত নাৱেৰে জোআ মানুহে অসাৱধানে গৰাৰ ওপৰে গৈ ওচৰলৈ চাপি, প্ৰথমতে অলপ সোঁত পাই, ক্ৰমে বৰ বেগত পৰি কাসৰলৈ নাও নিব নোআৰি কাঁৰ মৰা দি পৰি গৈ তললৈ সোমাই মৰি জাই, আৰু নাও খন হেজাৰ ডোখৰ হৈ জাই ।

জাৰ কালি সেই নদি বৰফেৰে ঢকা হৈ জাই; কিন্তু পতনৰ ওচৰত বেগে জোআৰ কাৰনে সদাই মুকলি, পানি সিল হৈ গোট খাব নোআৰে । এনে জাৰ সময়ত হেজাৰ হেজাৰ বনৰিয়া পাতি হাঁহ তাতে গোট খাই গৰাৰ ওপৰে পানিত পৰে, পাচে সোঁতত ভটিয়াই গৰাৰ ওচৰ পালে উৰা মাৰি আগৰ ঠাইলৈ উভতি গৈ আকও পানিত পৰে এই ৰূপে দিনটো অহা জোআ কৰি থাকে ।

অন্তেৰিও সৰোবৰৰ পৰা গৰা ১৪ মাইল আঁতৰ; পানিএ থহাই গ[illegible] ক্ৰমে উজাই গৈচে; আৰু ২১ মাইল থহাই নিলে, ইৰি মহা সৰোবৰ পোঅক্ত তাৰ সকলো পানি গৰা ভাগি বৈ জাব । অন্তেৰিও সৰোবৰতকৈ ইৰি সৰোবৰ ২২২ হাত ওখ হৈচে ।

আন দেসৰ নদিৰ ইয়াতকৈও ওখ গৰা আচে, কিন্তু এইমান সৰহ পানি নে জাই । কুইবেক নগৰৰ ওচৰত মন্তুমৰেঞ্চি নদি পতন ১৪৬ হাত ওখ হই, দেখিবলৈ সুন্দৰ; তাৰ নকচা সোঁ ফালে ওপৰত লিখা আচে ।

কানাদা দেসৰ মন্তমৰেঞ্চি নদি পতন ।



দক্ষিণ আমেৰিকাত তেকোএন্দামা নামে ৪০০ হাত ওখ এখান নদি পতন আছে। সেই নদিৰ নাম ফণ্ডা; সাগৰতকৈ ৬-০০০ হাত ওখ হোআ বগটা নামে এখানৰ ৰৈ ভৈয়ামৰ মাজে দি জাই । তাৰ কিচু আঁতৰত চমাপাজ নদিৰ ওপৰে ইকনঞ্জো নামে দুখন সিলৰ সাকো আছে: মানুহে সজা ন হই, স্রিষ্টিৰে পৰা তেনে আছে ! ওপৰৰ সাঁকোটো ২১৬, হাত ওখ, বহল ২৭ হাত সুন্দৰ ৰূপে ধেনু ভিৰিয়া আকাৰ হৈছে । তাৰ ওচৰত আন সাঁকো আছে, সি অলপ চাপৰ । সেই সাঁকোৰ তলত বৰ অগাধ এন্ধাৰ মুধাৰ খাল আছে; ফেচা আদি কৰি এন্ধাৰত ফুৰা এনে হেজাৰ হেজাৰ চৰাই তাতে উৰি থাকে; সেই অগাধ খালত নদি পৰে, পাচে সৰকি ভাটি ফালে ওলাইগৈ। তাৰ নকচা তলত লিখা আছে ।



দেস বিদেসে নদি পতন, আৰু গৰাৰ ওখ বহল কিমান হাত, তাৰ লিখা ।

| দেস | নদিৰ নাম | বহল | গৰাৰ উদ্রিত |
|---|---|---|---|
| আমেৰিকা | নায়াগৰা | ২,২০০ | ১১০ |
| কানাদা | মন্তমৰেঞ্চি | ৩৩ | ১৪৬ |
| ” | চৌদিএৰ | | ৬৬ |
| ইলিনই | মিচিচিপি | ৪৬৬ | ২৭ |
| নিব্রাস্কা | মিচুৰি- | ৬৬৬ | ৫৮ |
| মুর্জর্চি | পাচেইক | ৮০ | ৪৭ |
| নুয়র্ক | মৌহক | | ৪০ |
| জর্জিয়া | টকো | ১৪ | ১২৫ |
| কলম্বিয়া | বোগোটা | | ৪০০ |
| লাপ্লাণ্ড | বিবিত্লাতিন | ১৭০০ | ২৬৬ |
| চাফচেন | ৰাইন | ৩০৭ | ৪৭ |
| ইতালি | অৰ্কো | | ১৬০০ |
| ” | এবাঞ্চন | | ৮০০ |
| ” | এবেলিনো | | ২০০ |
| ” | আনিও | | ৬৬ |
| মিচৰ | নাইল | | ২৭ |

আমেৰিকা দেসৰ সৰোবৰৰ জোখ ।

| সৰোবৰৰ নাম | বৰ্গ মাইল কিমান ডাঙৰ | কিমান হাত দ | সাগৰতকৈ কিমান ওখ |
|---|---|---|---|
| চুপিৰিয়ৰ | ২২,০০০ | ৬০০ | ৪১৬ |
| মিসিগান | ২৪,০০০ | ৭২৭ | ৩৯০ |
| হুৰন | ২০,০০০ | ৭২৮ | ৩৯০ |
| ইৰি | ৯,৬০০ | ৫৬ | ৩৭৭ |
| অন্টেৰিও | ৫,৩০০ | ৩৩৩ | ১৫৫ |

সৰোবৰৰ থলা বমা জমা কৰাত মজলিয়া দ ইয়াত লিখা হৈছে। হুৰন সৰোবৰৰ এক ঠাইত ১২০০ হাত দ হৈছে ।

চুপিৰিয়ৰ সৰোবৰত জি অনেক বিধ মাচ আছে, হুৰন সৰোবৰত তাতকৈ আটাই জাতৰ মাচ বেলেগ, সেই অতি আচৰিত ।

## কলিকতাৰ সুখিয়াতি ।

**Description of Calcutta.**

কোনো কোনো ভদ্ৰ লোকৰ অভিলাস জানি
কল্কতাৰ গুনা গুন পৰাৰ বথানি;
চহৰৰ গুন জস অন্ত কেবা কৰে,
প্ৰচাৰ কৰিতে গুন মানেকে না পাৰে ।
জদ্যপি কৰিলোঁ পৰাৰ বাহুল্যক ডৰি
অল্প বোধে ৰচি আচোঁ মোট মোট কৰি
সক্ত বৰ গঙ্গা মধ্যে চহৰ প্ৰকাসে,
ভাগিৰথি গঙ্গা মাই বহে জাৰ কাসে;
পৰম্পৰ সুনি আচোঁ সব্দ চহৰৰ,
প্ৰবেস হইয়া তাত পালোঁ বৰ ডৰ ।
দিৰ্ঘে প্ৰস্থে চহৰৰ চাৰি ক্ৰোস প্ৰাই,
তথাকাৰ লোকে মাত্ৰ তাৰ অন্ত পাই,
মেলা নগৰ্ ইটা খোলাই বান্ধিচে প্ৰবন্ধে,
স্বৰ্গ বোধ হই তাহাঁ প্ৰবেস হইতে ।
স্বৰ্গৰ আক্ৰিতি হেতু চহৰ্ নাম বুজি,
সেই থানে লোক হেৰাই ৰাস্তা নে পাই খুজি
পথ বিচাৰিয়া নে পাই খেদ কৰে বৰ,
কোনো লোকে মাৰে বুলি মনে কৰে ডৰ
জাহা খেদ কৰি ফুৰে, সুনা সৰ্ব জন,
কিনাৰাম্ সত্ৰিয়া ৰচে পদ বিচখ্যন ।

**পথ হেৰোআ লোকৰ খেদ :**

হাই হাই, কিনো কঁপাল মোৰে,
পৰিলোঁ বিপদ ঘোৰে,
কোন বিধি পথ উপদেসে?
অন্ধকাৰে জাম মৰি,
গাৰিৰ তলত পৰি,
বিপতি মিলিব বৰ সেসে ।
হাটি হাটি আধা ৰাস্তা,
নে পাঁও কোনো ক্ষালে দিসা,
কোন-বিধি চিনাইবেক মোকে?
পথ জদি সোধোঁ মই,
মুৰে মাৰে টাঙ্গোন চই,
মুষ্টি গোট মাৰে মোৰ বুকে ।
নে পাঁও নিবাসৰ পথ,
সুৰ্জ ভৈল অস্তাগত,
কোন বিধি দিবেক উপাই?
হাতে থকা হলে পইচা,
সুধি চালোঁহেঁতেন ৰাস্তা,
কৰি বিনা গালি গালাজ খাই ।

এই ৰুপে কোনো লোক হইয়া কাতৰ,
কাৰো কাসে বঞ্চে ৰাতি মনে কৰি ডৰ;
পুহাইলে ৰজনি জদি দিসা দিসে জাই,
বাট পথ সুধি জাই গালা গালি খাই;
কত কত সুধি পাচে বাসস্থান পাই,
বিধি দিলে স্বৰ্গ জেন হাততে পেলাই ।
আত পৰে কহোঁ সুনা চহৰ বেবস্থা,
হেঙ্গুলিয়া ইটা বান্ধি আচে সৰ্ব ৰাস্তা;
গাঁৰিৰ গঞ্চালে তাহা ধুলা প্ৰাই হই,
হিমালয়ৰ্ হিমে জেন অন্ধকাৰময়;
সেই ধুলা অনুমানে জোজন্ উৰ্ধে জাই,
তৰু বিৃখ দেখি জেন অগ্নি দাহ প্ৰাই ।
সপ্তাহ দিন অন্তে ধুলা গো গাঁৰিতে তুলি,
গবৰ্নমেণ্টে হুকুম দিএ পকি বান্ধা বুলি;
হেন সিখ্যা মনে ধৰি নকৰ লোকে জাই,
প্ৰবন্ধ কৰিয়া সব ইটা বদলাই ।
পুন পুন্ সেই ৰুপে পথ জুগুত্ হই,
দুই কিনাৰে কলৰ জন্ত্ৰে গঙ্গা জল বই
জেন সিন্দুৰৰ আলি তৈলেৰে লিপই,
বৃিষ্টি জল পৰি আলি সেই ৰুপে হই ।
টকা সাস্ত্ৰা, বস্তু মৰ্গ, চহৰ বিচখ্যন,
বিচাৰিলে সকল দ্ৰুব্য পাই তেতিখ্যন ।
অনেক বিচিত্ৰ দ্ৰুব্য তাতে পোআ হই,
বসতি কৰিচে লক্ষ্মি আপুনি নিচই ।
সৰ্ব দেসৰ লোক মাত্ৰ তাতে পোআ জাই,
নদি নদৰ জল জেন সুমুদ্ৰে বহই;
গুম গুম কৰে জেন গৰ্জন মেঘৰ,
সেই ৰুপে দিবা ৰাত্ৰি সব্দ মনুস্যৰ ।
অদ্ভুত তামোচা অনেক্ আচে সেই চহৰে,
কল্কতাক নিন্দা কৰে কে চেলা পামৰে ।
দিনে দিনে দুই সত লোক ম্ৰিত্যু হই,
গনিবাৰ সাধ্য নাহি কত জন্ম পাই ।
জন্মত কৰিয়া বৃিধি হই দস সত,
দিনে দিনে আমদানি লিখিতৰ মত ।
চলিওক লোক সব কল্কতা চহৰে,
পৰাৰ্ মিচা হই জদি নিন্দিবা আমাৰে ।

চিম্নিয়া হৈতে দুই দণ্ডে পটলডাঙ্গা পাই,
তারোত্তরে মেদিকাল কলেজ্ দেখা জাই ;
ঘরর নক্চা দেখি জেন দেবর দেরপুরি,
গ্রিতুা সব দেখি জেন অমর নগরি ।
পৃথিবির জত জন্তু তাতে দেখা জাই,
বিধির নির্বন্ধ অঙ্গ খণ্ডে খণ্ডে পাই ।
ইহার ভাটি দখিনতে ইংরাজি কলেজ,
বিবি চালিয়া পর্হে তাতে করিয়া সমাজ ;
অপেস্বরি গান করে ইন্দ্র পুরে জেন,
তদ্রুপ পর্হিচে তাত বিবি চলিগন ;
সর্ব অঙ্গে পরিস্কার দেরর তকনি,
সেই রূপে কন্যা সব নবিন জৌবনি ।
হাই হাই, ইংরাজের কিনো কর্ম বিচখ্যন,
কোন বিধি করি আছে চহর নিরূপন ।
এই সব কথা মাজে লজ্জা নাহি দিয়া,
অল্প বোধে পয়ার রচে কিনারাম সত্রিয়া ।

কৌঞ্চলর অফিচর বর্নন ।

আত পরে কহো মই কৌঞ্চলর কথা,
নাই পটন্তর রূপ তাহার বেরস্থা ।
অতি দির্ঘাকার ঘর প্রস্ত আছে বর,
চৌতলা মহল সিত্তো নির্মান ইটার ;
জেন গিরি বর স্রিঙ্গ তাহার উস্রিত,
পরম সুন্দর দেখি অতি সোভাবিত ।
উক্ত ঘরে সর্ব দেসর ভাল মন্দ হই,
কিন্তু দেৱানির কর্ম হস্তে ন পর্সই ।
ইংরাজির বিনা আন ভাসা ন চলাই,
ত্রিচ.চলিচ্ লোক তাত চকিতে থাকই ;
ইংরাজি সমাজ অর বিচার কর্ত্তা হই,
নিম্নিসর মধ্যে তাত বিচার করই ।
আক কহি কিবা আমি কত পার পার,
গবর্নমেণ্টর ঘরর কহোঁ বেরহার ।
নর দস পূরা ভুমি চৌগর ভিতর,
চতুর্দিসে চারি দ্বার দেখিতে সুন্দর ;
পকি গরর ওপরে দ্বার দুই কোনা,
দুই দুই সিংহ তাতে করিচে নির্মনা ;
দুই দুই দ্বার পাল থাকে দ্বারে দ্বারে,
তাহার প্রতাপে কোনো সোমার নোআরে ।
অতি সুসোভন পকা গ্রিহ ভয়ঙ্কর,
কিচু দুরে দেখি জেন কৈলাস সিখর ;
ইটারে বান্ধিচে তাক দেখিতে সুন্দর,
কঁহারর পুত্র জেন গহে সিত্তো ঘর ।
জন্ত্রে তন্ত্রে জানি জেন নিজে বিস্বকর্মে
কত দিনে সিত্তো ঘর করিচে জতনে ।
তাত উঠি জনা জাই মনে অনুমানি,
পঙ্কজ বিলাসে হেরা আহি আচো আমি ;
ইত্তো গ্রিহপতি গবর্নমেণ্ট বাহাদুর,
নরেস্বর নরোত্তম হৈ আচে প্রচুর ।

খাচ কমিস্যন অফিচ বর্নন ।

তাত থাকি দেখি পাচে পচিম দিসতে
সদর দেৱানি খাচ কমিস্যন তাতে ;
ত্রেতলা মহল পকা ঘর জে উত্তম,
খাচ কমিস্যন নিজামত নরোত্তম ;
হাচি কাহ্ আদি করি তাত কিচু নাহি,
গোঁজা মারে জিত্তো লোকে তাত করে হাই ।
ওথ ঘর দেখি অতি পরম সুন্দর,
অনুমানে বুজি জেন বৈকুণ্ঠ নগর ।
কার্চি বিনা অন্যাখ্যর তাত ন চলই,
তাহাতে বাঙ্গালা মাত্র জানিবা নিচই ।
সেই ঘরর পচিমে বাজি ঘর আচে
আত পরে কিনারাম সত্রিয়া রচিছে ।

অথ বাজি ঘরর বর্নন ।

দুতলা মহলে এক বাজি ঘর আচে,
সপ্তাহর মধ্যে তাত বঙ্গ মিলে পাচে ;
ধন লুভি জত লোক প্রধান আচই,
বেহিয়া বহিয়া সবে বাজিকে মেলই ।
জোঁ চাহারর হই গুটি পরাজই,
নির্বন্ধর জত টকা তেত্তিখ্যনে দেই ।
আত পরে কহোঁ আমি চুপ্রিম কাচারি
গ্রিহর খোলাচা আমি কি কব বিচারি ।

অথ চুপ্রিম কৌর্ত বর্নন ।

জতনেরে তিন তলা সুসোভন অতি,
অনুমানে বুজি জেন ইন্দ্র অম্রারতি ;
তাতে থাকি অষ্ট চাহাব্ কাচারি করই,
ধর্মরাজা জেন মর্ত্ত পাপ বিচারই ।
চহরর বিনা আফিস্ কদাচ ন করে,

মহা ৰানিৰ অফিচ্ তাত থাকে বৰোবৰে ;
লোক অনুমতি পাই ৰচিলোঁ পৱাৰ,
সংখেপ কৰিয়া আমি লিখি আচোঁ তাৰ ।
ক্ৰম দিৰ্ঘ কৰি জদি সুজানে পৰ্হই,
এই কৰিতে কদাচিতো নিন্দা নাহি হই ।
পৱাৰ পৰ্হিয়া লোকে চহৰ দেখা হই,
প্ৰবন্ধেৰে কিনাৰাম সত্ৰিয়া ৰচই ।

অথ কিলাৰ বৰ্নন ।

কৌঙ্কল পচিমে আচে গঙ্গা সমিপতে
কিলা নামে এক কোঁঠ কঠিন চুকিতে ;
প্ৰিথিৱিৰ সম দেখি ওপৰ ত্ৰিন আচে,
দূৰে থাকি নু বুজই তলে কিবা আচে ;
প্ৰবন্ধেৰে জদি তাতে চুকিবাৰে পাই,
এনুআ ঘৰৰ বন্ধ কতো দেখা নাই ।
দুই পাসে দুই ঘৰ মধ্যে বৰ ৰাস্তা,
এক পাসে দেখি টোঁপ বৰ বৰ মোস্তা ।
একো একো ঘৰ দেখি পৰ্বত আকাৰ,
জত ঘৰ আচে তাত গনে সক্তি কাৰ ?
চাৰি গোট বৰ টোপ বাজ্য দ্বাৰে থাকে,
ৰাতি চাৰি প্ৰহৰতে চাৰি গোট ফুটে ।
কিলা মধ্যে গোঁৰা আচে চাৰি সত মান,
বগা বন দেখি জেন ইংৰাজৰ ঠান ।
সংগ্ৰামৰ জত জন্ত্ৰ তাতে ৰাখি আচে,
কাবাজ কৰিতে প্ৰতি সুক্ৰ বাৰ দিচে ;
গোঁৰাৰ কাবাজ জদি দেখিবাৰে পাই,
সংগ্ৰাম দেখিতে বাবা প্ৰয়োজন নাই ।

অথ টাকচাল বৰ্নন ।

সুন সুন বুধিমন্ত, সবে কৰ এক চিত,
টাকচাল ঘৰৰ বেবস্থা ।
সিতো ঘৰ দিৰ্ঘ বৰ, উস্ৰিত আচে ভয়ঙ্কৰ,
সুনি অতি আচম্বিত কথা ।
চৌখৰে লোহৰি গৰ, পহৰাতে বৰোবৰ,
অষ্ট জন চিপাহি থাকই ।
কৰ্ম্মচতো কোনো লোকে চকিব নোআৰে তাতে,
বিদুৰেতে লোক হেক্কাৰই ।
সেই ঘৰৰ টাকচালে টাকা মাৰে জন্ত্ৰ কলে,
দেখি অতি বৰ অদভুত ;
কৰি আচে বহু জম দেখা জাই কলা বন,
ৰূপ মোহৰ মাৰিচে বহুত ।
লোহাৰ সিকলি জৰি কলে আচে ধৰি ধৰি,
অন্ত নে পাই দেখোঁতে দেখোঁতে ।
কোথা ৰূপ দিয়া থাকে, কোথা মোহৰ মাৰি আচে,
দেখা নে পাই জন্ত্ৰৰ মধ্যতে ।
জেন বস্তা ৰূপৰ জোৰা কাটি দিলে তাহাৰ তলা
সকল টকা গেৰি গেৰি পৰে ।
হস্তি জেন ৰূপে ভৰ্চে, মেঘে জেন ধাৰে বৰ্সে,
সেই মতে কলে ৰূপ গিৰে ।
সুধিৰ চাহাব জনে অধিপতি সেই থানে,
টকা মোহৰ কৰে ৰাতি দিন ।
দিবা ৰাত্ৰি সম্ম কৰি বাজে জন জন কৰি
কলৰ নাহিকে খতি খুন ।
সেই কলে টকা জত দিনে ৰাতি হই কত,
তাৰ সংখ্যা মনে ন ধৰই ।
কিন্তু মনে অনুমানি ঘণ্টা বেলাই টকা খনি
দস হেজাৰ মাৰিতে পাৰই ।
ঐ কলৰ মধ্য হৈতে সৰ্ব টকা হই,
জেন গিৰি স্রিঙ্গপৰা জল ধাৰা বই,
গিৰ গিৰ গিৰ গিৰ সব্দক কৰিচে,
অনুমান বিধি নিজে নিৰ্মান কৰিচে ।
কল জন্ত্ৰে অগ্নি ধুঁআ জত উপজই
সেই ঘৰৰ ভিতৰতে কিঞ্চিতো ন ৰই ।
কলৰ্মধ্যে মধ্যে জাই ঘৰৰ উপৰ ।
জন্ত্ৰ বলে উঠে ধুঁআ গগন মণ্ডল ।
সত্য বিনা এ পৱাৰে অন্য কিচু নাই ।
অসত্য ৰচিলে কিবা লাভ পোআ জাই
ইহাতে কৰিয়া আমি কি কৰ বিস্তৰ ?
কিনাৰাম্ সত্ৰিয়া কবি টাকচাল জন্ত্ৰৰ ।

গাঁও আৰু বজাৰৰ বৰ্নন ।

কালি ঘাটৰ পচিম দিগে গ্ৰাম খিদিপুৰ,
লিখিলে বাহুল্য হই, কি কৰ বিস্তৰ ?
ধন্য ধন্য থান সিতো লক্ষ্মি নিজে বসে,
তাৰ মধ্যে চাপন থানা বাজাৰ প্ৰকাসে ।
তাতো কৰি প্ৰধান্ আচে চিম্লিয়া বাজাৰ,
তাহাৰ পচিমে পটল্ডাঙ্গা নাম জাৰ ;
চাপাতলা হাট আচে তাহাৰ দখিনে,

বাম বাজাৰ এক আচে উতৰ পচিমে।
ততোধিক ৰুপে আচে বৰ জে বজাৰ,
সমন নগৰ দেখি প্ৰতাপ তাহাৰ।
সে বজাৰে দেখি অতি প্ৰজা লোকাৰন্য,
কোন বেটা গনিবেক তাতে কত সৈন্য?
সব বজাৰত কৰি দ্ৰব্য সাস্তা আচে,
কিন্তু সিধা লোক গেলে ঠগ হই পাচে;
কদৰ বুজিয়া তাত কথা টানি নেই,
ঠগি লোকে সোধে তাক হাই ভাবি দেই।
কোন বেটা কোন লোকৰ মাথা কাটি লই,
তত্ৰাচ তাহাৰ কিচু সন্ধান ন হই।

## চহৰ বর্নন।

চহৰ চহৰ বৰ অতি বাহাদুৰ,
দেৱৰ ভুবন জেন কৰিচে প্ৰচুৰ।
বজাৰে নু ফুৰে জদি কৰিয়া বৰাই,
মাথাই কৰি সব দ্ৰব্য দিএ কৰি পাই।
চহৰতে জত লোক থাকে জেই ঠাই,
নিবাসৰ চাৰি দিশে চাৰি বজাৰ পাই।
উতম অধমে কৰে বৰ জে পোচাক,
জোঁতা মাত্ৰ নাহি পদে কুতা আৰু কাক।
কোনো জদি ধন হেতু সমর্থ ন হই,
ধাৰ কৰি সেই বেটা পকিতে চৰই।

## অথ পুখুৰিৰ বর্নন।

আৰু আমি কহোঁ সুনা পুস্কর্নিৰ কথা,
কহিতে বিপুল লাগে তাহাৰ বেৱস্থা।
দির্ঘ প্ৰস্থ অতি বৰ পুখুৰি বিস্তৰ,
প্ৰবন্ধেৰে ইটে বন্ধা দেখিতে সুন্দৰ।
চৌ দিসে লোহাৰে বেৰা ঢুকে সক্তি কাৰে,
জবাব নি দিএ ভৰি ভাণ্ড চাৰি পাৰে;
চতুর্কোনে দিপ জলে বাতি সমুদাই,
দির্ঘ দির্ঘ ৰাস্তা জেন দিপ সেহি প্ৰাই;
সর্ব জন দেখি জেন জমুনাৰ নই,
তাতে মতুল্য পুত্ৰ মেলি কত পুসিচই।
ৰাস্তাই পুস্কর্নিৰ দিপ বহু বহু জলে,
ৰাত্ৰি হৈলে সেই প্ৰদিপ পুস্প ৰুপে ফুলে;
জল হৈলে সেই প্ৰদিপ ন হই নির্বান,
জি জি ঠাইতে জেই জাই পাবই সন্ধান।

## অথ চহৰ সুখিয়াতি।

ধন্য ধন্য চহৰ বাবা কল্কতা নগৰ,
সোনা জল বিনা হেৰা থাকিতে সুন্দৰ।
গুম গুম বাজে জেন গাঁৰিৰ ঘঞ্জাল,
কোনো সব্দ ভেদ নাই সদা কোলাহাল।
দুম দুম দাম দাম গিৰ গিৰ কৰে,
ঠেলা ঠেলি লোক পৰে দেখি বজ্ৰ চৰে।
কিনো চিত্ৰ, কিনো ৰুপে, কিনো কাৰিকৰ,
জত জন্ত্ৰ নির্মান কৰে কল্কতা চহৰ।
চল চল চল ভাই, কল্কতা চহৰ,
তাহা দেখি চকুবির্তি সবে অনুকৰ।
কল্কতা নগৰ জেই জন দেখা নাই,
স্ৰিতিকাৰ কলচিতে আচই লুকাই;
জেই জন দেখি আচে কল্কতা ভুবন
চকু বাবা কৰিলেক অম্ৰিত ভোজন।
অন্য পথে গলে জদি ঠগ হানি হই,
মাথা ভাঙ্গাই গলে বাবা কিচু নাহি ভই।
লক্ষ্মি লক্ষ্মিপতি কৰে চহৰে বসতি,
সেই হেতু কোনো কার্জ নাহি অসঙ্গতি।
সংখেপ পাৰাৰ কৰি এসব ভাবিয়া,
মতি অনুসাৰে ৰচে কিনাৰাম সত্ৰিয়া।



ইজিপ্তত মাটি খন্দি উলিউৱা কামিয়াৰ জল পাত্ৰ।

## জাত্রিকৰ জাত্রা, ২ আধ্যা ।

The Pilgrim's Progress, Chapter 2.



কাল ক্রমে খ্রিষ্টিয়ানে সেই সৰু দুআৰৰ ওচৰ পাই, তাৰ ওপৰলৈ চাই এই কথা লিখা দেখিলে, চপৰিওআ, তেহে তোমালৈ দুআৰ মুকলি কৰা হব । তাতে সি দুআৰত বাৰে বাৰে চপৰিয়াই, এই কথা গাবলৈ ধৰিলে,

ভিতৰতে জি জন আচে,
মেলিব নে তেঁও দুআৰ?
বন্দি বৰ অজোগ্য পাত্র
দর্সন পাম নে অধিকাৰ?
তেন্তে প্রভুৰ গুন প্রসংসা
গানকৈ তুতি নেৰিম আৰ ।

এই ৰূপে চপৰিয়াই থকাত সেসে হিত-বাঞ্চক নামে এজন গম্ভিৰ মানুহ দুআৰলৈ আই সুধিলে, দুআৰত মৰিয়াইচে কোনে? কৰ পৰা আহিচে? আৰু কি লাগে?

খ্রিষ্টিয়ান । হে আতা, ইয়াত ভাৰ পোআ এটা দুখিত পাপি মানুহ আচে । বিনাস নগৰৰ পৰা আহি, আগলৈ হব লগা ক্রোধৰ পৰা উধাৰ জেন পাঁও, চিওন পর্বতলৈ জাবলৈ ধৰিচোঁ; আৰু তালৈ বাট এই দুআৰে গলেহে হই, ইয়াকে সুনিচোঁ: মোলৈ দুআৰ মেলিবলৈ আপোনাৰ জদি ইচা আচে, তাক জানিবলৈ মোৰ নিবেদন ।

হিত-বাঞ্চকে বোলে, সকলো মনে মোৰ এই ইচা, ইয়াকে কৈ দুআৰ মেলিলে ।

খ্রিষ্টিয়ান সোমাঁওতেই হিত-বাঞ্চকে তাক হাত দি টানি নিলে; তাতে খ্রিষ্টিয়ানে সুধিলে, ইয়াৰ কাৰন কি? তেতিয়া তেঁও কলে, এই দুআৰৰ কিচু আঁতৰতে বেলজিবুব নামে এজন সেনাপতি থকা এটা সকত কাৰেঙ্গ ঘৰ আচে; সি আৰু লগৰবিলাকে এই দুআৰলৈ মানুহক আহিবৰ দেখিলে, সিবিলাক নৌ সোমাঁওতেই জেন মৰিব, এই নিমিতে সেই কাৰেঙ্গৰ পৰা বান মাৰি থাকে । তেতিয়া খ্রিষ্টিয়ানে কলে, মই আনন্দিত হৈও কঁপি আচোঁ । এই ৰূপে সোমালত দুআৰৰ গৰাকিএ তাত সুধিলে, ইয়ালৈ আহিবলৈ তোমাক কোনে পঁাচিলে?

খ্রিষ্টিয়ান । ইয়ালৈ আহি দুআৰত চপৰিয়াবলৈ উপদেস নামে এজনে মোক পঁচাতে তাক কৰিলোঁ, আৰু মই কি কৰিব লগা, আপুনি জে তাক কব, ইয়াকো তেঁও কৈচে ।

হিত-বাঞ্চক । তোমাৰ আগত এখান দুআৰ মুকলি কৰা হৈচে, তাক কোনেও বন্ধ কৰিব নোআৰে ।

খ্রিষ্টিয়ান । মোৰ জি আপদৰ সঙ্কট পালোঁ, এতিয়াহে তাৰ লাভৰ আৰম্ভন পোআ হৈচোঁ ।

হিত-বাঞ্চক । কিন্তু তুমি জে অকলেই আহিচা, ইয়াৰ কি কাৰন?

খ্রিষ্টিয়ান । কাৰন, মই জেনে আপদৰ ভই দেখিলোঁ, মোৰ চুবুৰিয়াবিলাকৰ কেৱে আপোনাৰ তেনে আপদৰ ভই নে দেখিলে ।

হিত-বাঞ্চক । তুমি আহিবৰ কথা চুবুৰিয়াবিলাকে বুজ পাইচিল নে?

খ্রিষ্টিয়ান। হই, বুজিলে; মোৰ লৰা তিৰোতাও প্ৰথমতে মোক দেখি, উভতি জাবলৈ মাতিলে; পাচে চুবুৰিয়াৰ কোনো কোনো লোকে থিয় হৈ চাই কান্দি কান্দি উভতি আঁহা বুলি কলে; কিন্তু মই কানত সোপা দি মোৰ বাটে আহিলোঁ।

হিত-বাঞ্চক। তোমাৰ মন ওভোতাবলৈ সিবিলাকৰ কোনোএ তোমাৰ পাচত গৈছিল নে?

খ্রিষ্টিয়ান। দুজন গৈছিল, মইমতালি আৰু তৰল; কিন্তু মোক ওভোতাব নোআৰে দেখি, মইমতালিএ নিন্দা কৰি গুচি গল; তৰল হলে কিচুমান আহিল।

হিত-বাঞ্চক। সি কি কাৰনে অন্তলৈকে নাহিল?

খ্রিষ্টিয়ান। নিৰ্ভাৰসা দলদলনিলৈকে আমি দুয়ো একে লগে আহিলোঁ হই, আৰু অকস্মিতে তাতে পৰিলোঁ। তেতিয়া তৰল চুবুৰিয়াই নিৰসা হৈ পৰি আৰু বাট আহিবলৈ সাহ নে পালে। পাচে দলদলনিৰ পৰা আপোন ঘৰৰ ফালে ওলাই সি মোত কলে, মই ভাগি নো হোআকৈ তুমি সেই সুন্দৰ ৰাজ্য পাবা; ইয়াকে কৈ সি আপোনাৰ বাটে মইমতালিৰ পাচলৈ গৈচে, ময়ো আপোনাৰ বাটে এই দুআৰলৈ আহিচোঁ।

তাতে হিত-বাঞ্চকে কলে, হাই হাই, কেনে অগিয়ানি! স্বৰগৰ ঐশ্বৰ্জ্জ পাবৰ নিমিত্তে সি জে অলপ দুখ সঙ্কট সহিবলৈ তাক জোগ্য নে দেখে, সেই অতুল্য ঐশ্বৰ্জ্জ তাৰ মনত এইমান অপ্রিয় হৈচে নে?

খ্রিষ্টিয়ানে বোলে, হই, তৰলৰ কথাত মই জি কলো স্বৰূপ; আৰু মোৰ আপোনাৰ সকলো কথা সত্য ৰূপে জদি নৈ কাহোঁ, তেন্তে তৰলৰো মোৰো কৰম বেলেগ ন হই, ইয়াকে দেখা জাব; সি আপোনাৰ ঘৰলৈ উভতি গৈছিল হই, কিন্তু ময়ো সংসাৰ-গিয়ানি নামে এজন লোকৰ কথাৰে ভুল হৈ, মৰনৰ পথত জাবলৈ বাটৰ পৰা একলিয়া হৈ গলোঁ।

হিত-বাঞ্চক। অৰাই, সেই জনক লগ পালা নে? জিৰনি বিচাৰিবলৈ সি তোমাক বিধান সিখ্যক মহাজনৰ ওচৰলৈ পাঁচিব খোজে, হব লাগে; সিইত দুয়ো নিচেই ভাঁৰি কোআ; কিন্তু তুমি তাৰ আলচ ললা নে?

খ্রিষ্টিয়ান। হই, জিমানলৈ সাহ থাকিল, সেই মানলৈকে তাৰ বুধিত চলি বিধানসিখ্যক মহাজনক বিচাৰি বিচাৰি তাৰ ওচৰত থকা জি পৰ্বত, সি মোৰ মুৰত পৰে জেন দেখিলোঁ; এই হেতুকে আৰু জাব নোআৰি তাতে ৰলোঁ।

হিত-বাঞ্চক। সেই পৰ্বত অনেক লোকৰ মিত্যুৰ কাৰন হল, আৰু পাচলৈকো হব; তুমি জে তাৰ তলত গুৰি নো হোআকৈ সাৰিলা, এয়ে তোমাৰ সুভাগ্য।

খ্রিষ্টিয়ান। স্বৰূপ, আতা; কিন্তু মই তাতে সংসয়েৰে চিন্তাকুল হৈ থাকোঁতে উপদেসকে দৈবাত আকও মোক লগ নো পোআ হলে, মোৰ কি গতি হলহেঁতেন, নে জানোঁ; তেঁও ইশ্বৰৰ অনুগ্ৰহতহে মোৰ ওচৰলৈ আহিল; সেয়ে নো হোআ হলে, মই এই ঠাই কেতিয়াও নে পালোঁহেঁতেন। তেও আহিলোঁ, এনে অধম মানুহ জি মই, মই আপোনাৰ আগত থিয় হৈ এই দৰে কথা কবৰ জোগ্য ন হঁও, সেই পৰ্বতৰ তলত মৰাৰে জোগ্য; ইয়াতে জে সোমাবলৈ পালোঁ, অস, মোলৈ কেনে অনুগ্ৰহ!

হিত-বাঞ্চক। ইয়ালৈ অহাৰ আগেএ জি কি কৰা ন হওক, তাৰ কাৰনে আমি কাকো সোমাবলৈ বাধা ন কৰোঁ, সিইতক কোনো মতে বাহিৰ কৰা ন হই; এই হেতুকে প্রিয় খ্রিষ্টিয়ান, মোৰ লগত একেৰিমান আঁহা, তুমি জাব লগা বাটৰ কিচু কথা সিকাম। আগ ফাললৈ চোআ; সেইটো ঠেক পথ দেখিচা নে? সেই বাটে জাব লাগে। ওপৰ পিত্রি আৰু ভবিস্যতবিলাক, খ্রিষ্ট আৰু তেঁওৰ পাঁচনিবিলাকৰ দোআৰাই তাক কৰা হৈচে; টাঁৰ জেনে পোন, তেনে পোন কৰি বন্ধা হৈচে: সেই বাটে তুমি জাব লগা।

তেতিয়া খ্ৰিষ্টিয়ানে বোলে, আভুআ মানুহে ।১হেৰে পথ হেৰুআই, এনে আঁও বাট সোঁ বাট বেঁকা বেকি নাই নে?

হিত-বাঞ্চক । আচে, ইয়াৰ পৰা অনেক বাট এফলিয়া হৈ গৈচে, কিন্তু সেইবোৰ হলে বেঁকা, আৰু বহল; ইটো নিচেই পোন আৰু চেক, এই চিনেৰেহে স্বৰুপ পথ জানিবা ।

তাৰ পাচে মই সমাজিকত এনে দেখিলোঁ, খ্ৰিষ্টিয়ানে আৰু সুধিলে, বোলে, মোৰ পিঠিত জি বোজা, তাক বা আপুনি গুচাব পাৰে নে? কিয়নো তেতিয়াও তাৰ পৰা মুকলি হোআ নাই, আৰু লোকৰ উপকাৰৰ বাহিৰে তাক কোনো ৰুপে গুচাবলৈ খ্ৰিষ্টিয়ানৰ একো সক্তি নাই কিচিল ।

তেতিয়া তেঁও কলে, তোমাৰ বোজা হলে, তুমি মুক্তি হোআৰ ঠাই নো পোআ মানে, তাক বৈ থিৰ মনে সহি থাকা; কিয়নো সেই ঠাই পালে সি আপুনি তোমাৰ পিঠিৰ পৰা খহি পৰিব ।

তেতিয়া খ্ৰিষ্টিয়ানে কমৰ বান্ধি জাত্ৰালৈ আপোনাক জুগুত কৰিবলৈ ধৰিলে । তাতে হিত-বাঞ্চকে কলে, বোলে, দুআৰৰ পৰা অলপ দুৰ হৈ গলে তুমি অৰ্থ-দায়কৰ ঘৰ পাবা; তেঁও তোমাক অতি উত্তম কথা দেখুআব । তেতিয়া খ্ৰিষ্টিয়ানে আপোনাৰ মিতিৰ হিত-বাঞ্চকত বিদাই লোআত ইস্বৰে তোমাৰ মঙ্গল কৰোক বুলি, তেঁও পঠাই দিলে । ।



## পুৰনি অসম বুৰঞ্জি, নং ৮ ।

Dihingia Roja—War with the Chutias.

পাচে সদিয়াত-ফাচেনমুং বৰ গোহাঁইক চুটিয়াই বন ধৰিলেহি, ৰজা দেৱে এই কথা সুনি থাওমুংক্লাঙ্গক বৰ গোহাঁইৰ লগত ভৰ দিবলৈ পঠালে । পাচে চুটিয়াৱে থাওমুংক্লাঙ্গক কোঁচতে বেৰি ধৰি কাটিলে; এই কথা ফাগুনৰ দিনত । বৰ গোহাঁইৰ প্লাইপন হাতিটো মাৰিলে । পাচে আমাৰ লোকে চুটিয়াক ধৰি মাৰি বন জিকিলে । পাচে ৰজা দেৱে জেঠৰ দিনত ত্যাওমুং চুংনুঙ্গক পঠাই দিবুৰু ৰাজ্য থাব দিলে । লাকুনি কংমাও সঁকত ত্যাওচুংলুং কিংনুঙ্গক থাওমুং লুংবঙ্গন নাম দি, কাংখাম ৰাজৰ পৰা নুইতৰ আগাৰিত সিমা কৰি ৰাজ দিলে । কাংনৰ থাওমুংলুং নাম গুচাই ত্যাওলুং নাম দিলে । আত পাচে ভাটিৰ পৰা বৰ উজিৰ উজাই আহিল । পাচে ৰজা দেৱে এই কথা সুনি চেংনুঙ্গক মাজে পঠালে, হৰনচেনৰকক সোঁ ফালে পঠালে, কুংৰিনক চেনপিমক এই দুইক বাম ফালে পঠালে । পাচে আমাৰ সমস্তে গৈ উজিৰক জুধ ধৰিলেগৈ; উজিৰে জুধে নোআৰি হুহকি দুৰৈলৈ গল । তাতে আমাৰ পালে ঘোঁৰা ২ কুৰি, মাৰিলে ১ কুৰি, বৰ হিলৈ পালে ১ কুৰি । পাচে সকলো সেই ঠাইতে থাকি চুংমুংহনন, কুংৰিন, এই দুইক পঠাই সকলো বস্তু ৰজা দেৱলৈ দি পঠালে । পাচে ৰজা দেৱে বুলিলে, বোলে, তইতক ভাঙ্গৰিয়া পাতিবৰ সাফল হল; আৰু থাওমুং কাঙ্গনক থাওমুং কতক নাম দি, ফুল বাৰিত থাকিব দিলে । ৰজা দেও বিস্বনাথলৈ গৈ, থাওচুংলুং কংচেং, থাওমুংচেনক, এই দুইক ৰেটাইটামনিত থাকিব দিলেগৈ । পাচে থাওমুং কতকক উজিৰক ধৰিবলৈ পঠালে । উজিৰে এই কথা জানি ভাগি পলাল; থাওমুং কতকে উজিৰৰ ঘোঁৰা পাই আনি ৰজা দেৱক দিলেহি । পাচে ৰজা দেও উজাই আহি বুৰৈ গৰ বান্ধিলে, থাওমুং

চাৰিঙ্গক বুৰৈ গৰত থাকিব দিলে, থাওমুং কতকক ফুলবাৰি গৰত থাকিব দিলে। পাচে ৰজা দেৱে ৰাজ্য সমনিতে নগৰলৈ উজাই আহিল। লাকুনি কামুত সকত ৰজা দেও বাপেক পুতেক ৰাজ্য সমনিতে বিশ্বনাথলৈ গৈ কলঙ্গে দি মানুহ পঠাই, ৰেটাইটামনিৰ পৰা ত্যাওচুংলুং কংচেঙ্গক লোক জন সহিতে আহিব দিলে। পাচে ৰজা দেৱে থাওমুং কতকক, থাওমুং মুংক্লাং, এই দুইক ভৰলিএ উজাই পঠালে, বোলে, তইতে ভৰলি পাৰ হৈ গৈ, জি মানুহ পা, ধৰি আনগৈ। পাচে ইবিলাক দুয়ো গৈ জি মানুহ পালে, আনি ৰজা দেৱৰ ঠাইত দিলেহি। পাচে থাওমুং কতকক নাৰানপুৰতে থাকিব দিলে। পাচে ৰজা দেৱে সৈন্যে সহিতে উজাই আহি দিহিঙ্গ নগৰ ললেহি। চুক্লনফা তিপাম ৰজা, ত্যাওচুংলুং কংচেন এই দুয়ে দিখৌএ উজাই নগৰলৈ আহিল। পুহৰ দিনত চুটিয়া ৰজাঃ আহি ফাচেনমুং বৰ গোহাঁইকে থাওমুংবঙ্গনকে জুধ ধৰিলেহি। পাচে ৰজা দেৱে এই কথা সুনি চুক্লনফা তিপাম ৰজাকে ফাচেনমুং বৰ গোহাঁইৰ লগত থাকিব দিলেগৈ; চুলেং চাৰিঙ্গ ৰজাক থাওমুং বঙ্গনৰ লগত থাকিব দিলেগৈ। পাচে ফাচেনমুন বৰ গোহাঁয়ে চন্দনগিৰি পৰ্ব্বতত জুধ কৰিবলৈ বুলি নাৱৰ মাৰ বান্ধি ৰৈ, থাওমুংবঙ্গনলৈ কৈ পঠালে, বোলে, সিয়ো সিৰোৰো খেদি আহক। পাচে থাওমুং বঙ্গনে জুধলৈ গৈ দুই ফইদে সদিয়া নগৰত ৰলগৈ। চুক্লনফা তিপাম ৰজা সদিয়ালৈ গৈ কাংখাম পালেগৈ। পাচে ৰজা দেৱে থাওচুংলুং কংচেঙ্গ আনবোৰ ভাঙ্গৰিয়া সহিতে চুটিয়া ৰাজ্যলৈ গৈ কাংখাম পালেগৈ। পাচে ৰজা দেৱে ত্যাওচুংলুং, চুক্লনফা তিপাম ৰজা, ফাচেনমুং বৰ গোহাঁই, থাওমুং চেনবং, থাওমুংক্লিংখাম, এই পাঁচক থাওকাং পৰ্ব্বতত জুধ কৰিব দিলেগৈ। চুলেং চাৰিঙ্গ ৰজাক কুণ্ডিলৰ দেও ঘৰত থাকিব দিলেগৈ। পাচে থাওকাং পৰ্ব্বতৰ পৰা সকলেও চুটিয়াক জুখে জিনি ৰজা দেৱৰ লগ ললেহি। পুনৰ ৰজা দেৱে চুলেং চাৰিঙ্গ ৰজাক ভৰ দিব দিলেগৈ, সকলোকো বেৰি ধৰিব দিলেগৈ। পাচে ৰজা দেৱে সিথাৰিএ দি বৰ গোহাঁইক পঠাই চন্দনগিৰি পৰ্ব্বতত জুধ কৰিব দিলেগৈ, বৰ গোহাঁয়েও গৈ জুধ ধৰিলেগৈ। পাচে চুটিয়াই বিস্তৰ সিল বগৰাই পঠালে; আমাৰ লোকে অস্ত্র সস্ত্র পেলাই বৰ নোআৰি হহকি আহিল। পাচে সকলোএ আলচ কৰি কুকুৰা ঠেঙ্গ চোআই ভাল পাই, থাওমুং ক্লিংখামক পঠাই চন্দনগিৰি পৰ্ব্বত উঠি বেৰিব দিলেগৈ। ইবোৰেও গৈ উঠিব নোআৰি উলটি আহোঁতে পৰ্ব্বতৰ নামিবাত থকা চুটিয়াৰ লৰা বুঢ়া মানুহ কিছু পাই আনিলে। চুলেং চাৰিং ৰজা দেও ঘৰতে থাকিল; চুক্লনফা তিপাম ৰজা, কাচেঙ্গমুন বৰ গোহাঁই, থাওমুঙ্গচেনবং, থাওমুঙ্গক্লিংখাম, এই চাৰিএ ৰজা দেৱৰ লগ ললেহি। পাচে ৰজা দেৱে সদিয়া নগৰ এৰি কাংখামত ৰলহি; তাৰো পৰা ৰজা দেৱে নুইতে উজাই গৈ, চুটিয়াৰ গৰ দেখি দিকাসু মুখ পালেগৈ। চুলেং চাৰি ৰজা দেও ঘৰৰ পৰা ৰজা দেৱৰ এখেলৈ আগ বাঢ়ি আহোঁতে, নুইতৰ কোথত বেৰি ধৰি চুটিয়াৰে কটা কাটি লগালে। ৰজা দেও ভটিয়াই আহি কাংখামত ৰলহি। থাওমুংবঙ্গন, ত্যাওচুলুং, কাংত্যিংচুহন, এই তিনিক সিৰাঙ্গে ভটিয়াই আহি, চুলেং চাৰিঙ্গ ৰজাক একআলে। পাচে চুটিয়াক কাটি মাৰি জি পালে ধৰি আনি, ৰজা দেৱৰ ঠাইত দিলেহি; পাচে ৰজা দেৱে কাচেংমুঙ্গ বৰ গোহাঁইকে, থাওমুংবঙ্গনকে, এই দুইক সিকাই বুজাই সদিয়াত থৈ আহিল; ৰজা দেৱে সৈন্যে সহিতে নগৰলৈ আহিল।

লাকুনি কাপত্যোও (৪২) সকত ৰজা দেৱে চুক্লংফা তিপাম ৰজাকে, চুলেং চাৰিঙ্গ ৰজাকে, চুহনকে, এই তিনিক পঠালে, বোলে-

কাচেনমুন্ বৰ গোহাই জে সদিয়াৰ পৰা না- হে, তইত তিনিঞ আনগৈ । পাচে ইবিলাকে গৈ দুইতৰ এই পাৰেই কাংখাম পালেগৈ; সেই ঠাইতে থাওমুংবন্ননে আহি, গোহাই দেও দুজনাৰ লগললেহি। পাচে চাৰিও, গৈ চুটিয়াৰ বৰ দুআৰ পালেগৈ; তাৰে পৰা বাত্রা জনাই পঠালে; পাচে বৰ গোহাঁ- য়ে এই কথা সুনি, চুক্লংফা গোহাই দেওক, চুলেং গোহাই দেওক আহি সেৱা কৰি- লে । পাচে চুহনে ৰজা দেৱৰ আগ্যা কলে, বোলে, তুমি ভটিয়াই ৰজা দেৱৰ ঠাইলৈ জাব লাগে; তোমাৰ লিকুচৌ ঘৰ বন্দিএ অহা জোআ কৰে, তেও তুমি নো জোআ; জদি ৰজা দেৱে খঙ উঠি তোমাক ঘৰতে কাটি জাব দিএ, তেতিয়া তুমি ন মৰিবা নে! পাচে কাচেংমুন বৰ গোহাঁয়ে বোলে, ৰজা দেৱৰ আগ্যাৰেহে আত আচোঁ; এতি- য়া আগ্যা কৰিচে জাম, পাচে কাচেনমুং বৰ গোহাইকো, থাওমুং বন্ননকো আনি সক- লো আহি ৰজা দেওক সেৱা কৰিলেহি ।



নুজিলণ্ড দেশি লোকৰ ঘৰৰ নকচা ।



দায়া ।

Pity.—From "Young Asam."

বসন্ত কালৰ হাতে জেনেকৈ পৃথিৱিক নানা বিধৰ ফুল আৰু কলিৰে ঢাকে, আৰু গ্রিস্ম কালৰ দায়াত জেনেকৈ অনেক সস্য উতপন হই, তেনেকৈ দায়াৰ হাস্যে দুখৰ সন্তান সকলৰ ওপৰত দান ঢালে ।

জি মানুহে আনক দায়া কৰে, তাকো আনে দায়া কৰিব, কিন্তু জাৰ দায়া নাই, তাক কেৱে দায়া ন কৰে ।

কসায়ে জেনেকৈ চাগলি পোআলিৰ কান্দ- নত মৰম ন কৰি বধহে কৰে, তেনেকৈ নিষ্ঠুৰ মানুহৰ বিদয়তো মানুহৰ দুখ দেখি মৰম নে লাগে ।

গোলাপ ফুলৰ পৰা নিয়ৰৰ টোপা মাটিত পৰিলে, জেনে দেখিবলৈ সুন্দৰ, মৰমিয়াল মানুহৰ চকুৰ পানি তাতকৈও সুন্দৰ ।

দুখিয়াৰ কান্দনলৈ কনা ন হবা, আৰু নির্দুখিৰ দুখলৈ তোমাৰ চিত্ত টান ন কৰিবা ।

জেতিয়া মাউৰা লৰা তোমাৰ ওচৰলৈ আহে, বা অনাথ বিধৱাই চকুৰ লোএৰে তোমাৰ সহাই জাগ্না কৰে, তেতিয়া হে দা- য়ালু মানুহ, তাৰ দুখ দেখি কৃপা কৰিবা, আৰু জাৰ সহাই নাই, তাক ৰখ্যা কৰিবলৈ তোমাৰ বাহু মেলিবা ।

জেতিয়া তুমি কোনো মানুহক বস্ত্র হিন আৰু ঘৰ নাই কিয়া হৈ জাৰত কঁপি বাটে জোআ দেখা, তেতিয়া তোমাৰ চিত্তক দান- সিল কৰা, আৰু দানসিলতাৰ পাখিৰে তাক মৃত্যুৰ পৰা ৰখ্যা কৰা, তাৰে পৰা তোমাৰ আত্মাও জেন জিএ ।

## অনেক দেসৰ সম্বাদ।

**Journal of Events.**

অচম দেসত বগা বাঘ প্ৰায়ে আগেয়ে কোনেও দেখা নাই; কিন্তু এই মাৰ্চ মাহত জিলা ডিবুৰুগৰত কোনো বাঘ মৰিয়াই শ্ৰীজুত ডক্তৰ ম্যৰ্লক চাহাবলৈ এনে এটা বগা বাঘৰ মুৰ আৰু চাল আনিলে। তাৰ নোম অতি দিঘল, ভালুকৰ নিচিনা, গোটেই গা বগা, আন বৰনৰ ফুটকা নাই কিয়া। তাক চাবলৈ চাৰিও ফালৰ পৰা বহু মানুহ আহি দেখি অতি আচৰিত মানে।

কোনো মানুহে কই, কমলেস্বৰ ৰজাৰ দিনত সদিয়াত এটা বগা বাঘ ধৰি জিয়াই ৰজাক ভেটিবলৈ আনিচিল।

১১ ফেবৰুআৰি তাৰিখে সুন্দৰ বনত থকা প্ৰিঙ্গল নামেৰে এজন চাহাবে মাটি জোখোঁতে এটা মানুহে আহি বুলিলে, মোৰ বলদ গৰু এটা এতিয়াই বাঘে নিচে। এই কথা সুনি চাহাবে গৈ সেই মৰা গৰু পাই, দুই নলিয়া হিলৈ লৈ খাপ দি থকাত গধুলি বেলাত বাঘ আহিলত চাহাবে একে বেলিএই দুইটা গুলি মাৰি দিলে। তেতিয়া বৰকৈ গোজৰনি মাৰি বাঘ পৰিল, কিন্তু এন্ধাৰ



White Tiger killed in Upper

হোআত তাৰ ওচৰলৈ জাবলৈ সাহ ন কৰিলে, পাচ দিনা পুআই গৈ বাঘ মৰি থকা দেখিলে। গুলি দুটা বুকে সোমাই পিটিএ সৰকি গল।

ফাগুন মাহৰ ২৬ তাৰিখে জোৰহাটৰ অঞ্চলে চৈকটাৰ ওচৰত ৰুপচিঙ্গ চিপাদাৰৰ পুতেক বলোৰাম চিঙ্গ হেৱালদাৰৰ ঘৰত ৰাতি দুআৰ মেলি ১৬।২০ জন ডকাইত আহি তাৰ ঘৰত সোমোআত সি গম পাই ওলাই আহিবলৈ ধৰোঁতে তাক চুলিত ধৰি হাত বান্ধি তাক অনেক মাৰি ধৰি থাকি, তাৰ বৰ ঘৰ আৰু সোআ ঘৰ সোমাই আটাই ধন বস্তু, থাৰু মনি, গহনা, তাম পিতল







খৈবৰত থকা আফ্ৰিদি লোকৰ নকচা ।

কাপৰ আদি কৰি সকলোকে নিলে । আৰু তাৰ মাকৰ মূৰত টাঙ্গোন মাৰি বৰ ঘা লগালে, চাকৰ এটাৰো মূৰ ফালিলে, আৰু তাৰ আন আন পৰিয়ালকো মাৰ কিল কৰিলে । পাচে বস্তু লৈ তাক এৰি জোআত সি গাঁৱলৈ ৰিঙ্গিয়াই মানুহ মাতিলত খোলা নামে এজন আহি দুয়ো খেদি গৈ এটা ডকাইতক ধৰি ৰাখিলে । পাচে সেই ডকাইতে মোক ৰাখিলে বুলি তাৰ লগৰ ডকাইতক মতাত পুনৰ আহি তাক একআই নিলেহি । তেতিয়া বলোৰাম হেৱালদাৰে কমলা নামেৰে এটা ডকাইত চিনি পালে, তাৰ মাকে ঘিনলগা নামেৰে এটাক চিনি পালে, পাচ দিনা এই দলবন্দি ডকাইতৰ কথা জোৰহাটৰ থানাত কোআত থানাৰ পৰা দাৰোগাই এই খবৰ হজুৰ বিচাৰ কৰ্তাৰ ঠাইলৈ জনাইচে ।

১৯ ফেবৰুআৰি গধূলি বেলিকা পেস্যোৰ নগৰৰ ওচৰত শ্ৰীযুত গ্ৰাহাম নামে এজন কাপ্তান চাহাবে আন এজন সেনাপতিৰ জিএক লৈতে ঘোঁৰা মেলি জাঁওতে অকস্মিতে ৫।৬ জন খৈবৰ নিবাসি আফ্ৰিদি মানুহে আগচি ধৰি কাপ্তান চাহাবক ঘোঁৰাৰ পৰা পেলাই দাৰে খেৱাই এধা মৰা কৰিলে; মেম চাহাবকো পেলাই দুইটা ঘোঁৰা কাৰ্হি নি পৰ্বতৰ ফাললৈ গল । তাতে মেম চাহাবে পলাই নগৰলৈ গৈ যাত্ৰা কলত সেনাপতিবিলাকে ওলাই বিচাৰি গৈ কাপ্তান চাহাবক পাই ৰাতি ১১ বজাত পল্‌টনলৈ আনিলে । তেঁওৰ মূৰত ডালেমান ঘা পৰিল, হাতৰ গাঁঠি ঘুগুলা হৈ ভগাত ডক্তৰে কাটি পেলালে আৰু মৰা জিয়াতো সংসই আচে । আৰু ডকাইতক ধৰি দিলে ১০০০ ৰূপ বঁটা দিম বুলি সকলোতে জনাইচে ।

কলিকতাৰ বৰফ ঘৰত বধ কৰোঁতা বেৰিৰ লগত জি আন তিনি জন জাহাজিক মানুহ সোমাল, সিইতক দেসান্তৰ কৰি জনম কাটক দিলে ।

বৰ্দ্ধমান সম্বাদ পত্ৰত লিখিচে, জাহানাবাদ নগৰৰ ওচৰত থকা এজন মানুহৰ জোঁআয়েকে ৰাতি থাকিবলৈ সহুৰেকৰ ঘৰলৈ আহিল । তাৰ গাত অনেক সোন আদি অলঙ্কাৰ থকা দেখি সহুৰেকে তাক মাৰিবলৈ আলচ কৰি পুতেকক তুমি তাৰ লগত শুই থাকিবা, ৰাতি নিসাত ওলাই আহি দুআৰ মুকলি কৰিবা, এই আগ্যা দিলে । কিন্তু জোঁআয়েকৰ ঘৈনিএকে বুজ পাই গৈএকত এই কথা কলে ।

পাচে বাতি জোঁআয়েক ওলাই গল, পুতেক থাকিল, এনে সময়ত বাপেক সোমাই জোঁআই দুই আচে বুলি বুজি, আপোনাৰ পুতেকক বধ কৰিলে। পাচে তাক ধৰি সোধ কৰ্তাৰ হাতত দণ্ডৰ নিমিত্তে দিয়া হৈছিল।

জঙ্গ বাহাদুৰৰ লগত ইংলণ্ডলৈ জোআ কুৰ্জ্জি কৰ্বান খেত্ৰি নামে তেঁওৰ সখিএকে খিয়াল কৰি, জঙ্গ বাহাদুৰে ইংলণ্ডত সুৰা পান কৰিলে বুলি, ইয়াকে মিচাকৈ কলে। পাচে সেই কথা বাহাদুৰৰ কানত পৰিলত তেঁও কৰ্বান খেত্ৰিক কোনো সাস্তি দিলে। পাচে তাৰ খঙ্গ উঠি কোনো কোনো বৰ লোকে সৈতে আলচ পাতি চিকাৰ কৰোঁতে জঙ্গ বাহাদুৰক মাৰিবলৈ ঠাৱৰ কৰিলে। সেই কথা বাহাদুৰে আপোনাৰ ককায়েকৰ মুখে সুনি আলচা সকলোকে ধৰালে। পাচে মহা ৰজাই আৰু মন্ত্ৰিবিলাকে সিইতৰ প্ৰান দণ্ড বা চকু কাঢ়িবলৈ জোগ্য দেখিলে, কিন্তু বাহাদুৰে ক্ৰিপা কৰি সিইতক এই দণ্ডৰ পৰা ৰখ্যা কৰিলে।

নৱেম্বৰৰ সেস পখত ইংলণ্ডৰ দখিন কালে থকা সাগৰত বৰ ঢমুহা বতাহ হোআত অনেক জাহাজ ভাগি নষ্ট হল। লালা ৰুক নামে এখন জাহাজ লাগি বলত গাঁৱৰবিলাকে তাকে দেখি ১১ জন মানুহে এখান নাৱত উঠি জাহাজৰ মানুহক ৰাখিবলৈ জাঁওতে চৌএ সিবিলাকৰ নাও বৰকৈ আকাল মৰাত নাও একে বেলিএ তল গল, আৰু তাৰ সকলোবোৰ পানিত মৰিল।

প্ৰথম নৱেম্বৰ তাৰিখত কালিফৰ্নিয়া দেসৰ পৰা পানামা ভাপ জাহাজ আহি ৪০,০০,০০০ টকাৰ দৰৰ সোন আনিলে। বচৰি বচৰি সেই দেসত প্ৰাই ১০,০০,০০,০০০ টকাৰ দাম সোন পাই। সেই কাৰনে সোন সাস্তা হৈ গৈচে, ৰুপ কিচু মৰগ হৈচে। জোআ বচৰত সকলো দেসত ৮,০০,০০,০০০ টকা মাখোন ৰুপ ওলাল; সোন প্ৰায়ে ১৪,০০,০০,০০০।

চেপ্তেম্বৰ মাহত ৬ খান জাহাজে কালিফৰ্নিয়াৰ পৰা ১,৫০,০০,০০০ টকাৰ দৰৰ সোন আনি ন্যুয়ৰ্ক নগৰ পালেহি। প্ৰথম অক্তোবৰত নায়াগৰা জাহাজত ৫,০০,০০০ টকা সোন আনিলে। এজন মানুহে যুবা নদিৰ ওচৰত সোন খানোঁতে আদ মোন গধুৰ এডোখৰ সোন পালে।

দুই বচৰৰ আগেয়ে কালিফৰ্নিয়া দেসত প্ৰাই ১৫,০০০ মানুহ আচিল; এতিয়া ৪,০০,০০০ মান হৈচে। ২৭ জুলাই তাৰিখত চান ফ্ৰান্সিস্কোৰ খুলিত ৫৩০ খান জাহাজ আচিল। এক সপ্তাহৰ ভিতৰত ১২৬ খান আহি সেই নগৰ পালেহি।

## ৰঙ্গপুৰত ৰুপ খানি উলিওআ।

Coins dug up near the old Palace at Rongpur.

ৰঙ্গপুৰ নগৰৰ ৰাজ কাৰেঙ্গৰ ওচৰত এতিয়ালৈকে অনেক মানুহ গোট খাই মাটি খানি আচে। তাতে কোচ, কচাৰি, জয়ন্তিয়া, ভোটিয়া, আৰু আহোম ৰজাবিলাকৰ অনেক পুৰনি মোহৰ ৰুপ পালে। তাৰ মাজত কোচ দেসৰ লখ্মি নাৰায়নৰ এক ৰুপৰ নকচা তলত লিখিচোঁ।



Rupee of Lokhmi Narayon, struck in 1509, A. D. 1687.

মোহৰৰ ই কালে এই কথা আচে, শ্ৰী শ্ৰী মল্লক্ষ্মী নাৰায়নস্য শাকে ১৫০৯; অৰ্থাত শ্ৰীশ্ৰীমত লখ্মি নাৰায়নৰ, হিন্দু সঁক ১৫০৯।

সি কালে লিখা আচে, শ্ৰী শ্ৰী শিৱ চৰন কমল মধুকৰস্য; অৰ্থাত, শ্ৰী শ্ৰী শিৱৰ চৰন পদ্মত মধু চুপা ভোমোৰা।

আৰু কেঁচা ৰুপৰ আধলি অনেক ওলাল; টকিয়া মোহৰ সাঁচত মৰা হেতুকে আধৰৰ আদ খনি মাখোন ৰই। ৰজাৰ নামৰ প্ৰথম




Narain Half Rupee, without date.

আখৰ চ, বা জ, বা প হব পাৰে; সেই কা-নে তেঁওৰ নাম চন্দ্র নাৰায়ন, বা ৰাজেন্দ্র, বা উপেন্দ্র নাৰায়ন বুজা জাই । অনুমানে এই ৰুপে পঢ়োঁ; শ্রী শ্রীমত চন্দ্র নাৰায়নস্য শাকে; আৰু সি ফালে, শ্রী শ্রী শিব চৰন কমল মধুকৰস্য ।

আৰু ১৭১৬ সঁকৰ গাৰো কঁতৰা বা জয়ন্তিয়া এটা ৰুপ ওলাল, তাৰ আখৰ কিছু ভগা হোআত আন এটা জয়ন্তিয়া ৰুপ তলত লিখিচোঁ ।




Garo Kotera, or Jaintia Rupee, 1653, A. D. 1731.

ইফালে লিখিচে, শ্রী শ্রী জয়ন্তীপুৰ পুৰন্দ-ৰস্য শাকে ১৬৫৩ । সি ফালে লিখিচে, শ্রী শ্রী শিব চৰন কমল মধুকৰস্য । আৰু ৬ কুনিয়া তৰা, গাৰো কঁতৰা দা, বাঁও ফালে নগা দা, আৰু ওপৰত কিবা ফুল এই সকলো নকচা লিখা আছে ।



## এপ্রিল, অর্থাত বহাগৰ পঞ্জিকা ।

Almanac for April, 1851.

| এপ্রিল | চত | বাৰ | তিথি | দিনমান | এপ্রিল | বহাগ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৩ | ৩০ | ১২ ১৮ | ১৬ | ৪ | ৪ | ১৬ | ১২ ৪৩ |
| ২ | ২১ | ৪ | ১ | ১২।২০ | ১৭ | ৫ | ৫ | ১৭ | ১২।৪৪ |
| ৩ | ২২ | ৫ | ২ | ১২।২২ | ১৮ | ৬ | ৬ | ১৮ | ১২।৪৬ |
| ৪ | ২৩ | ৬ | ৩ | ১২।২৩ | ১৯ | ৭ | ৭ | ১৯ | ১২।৪৭ |
| ৫ | ২৪ | ৭ | ৪ | ১২।২৫ | | | | | |
| | | | | | ২০ | ৮ | ১ | ২০ | ১২।৪৮ |
| ৬ | ২৫ | ১ | ৫ | ১২।২৬ | ২১ | ৯ | ২ | ২১ | ১২ ৫০ |
| ৭ | ২৬ | ২ | ৬ | ১২।২৮ | ২২ | ১০ | ৩ | ২২ | ১২।৫২ |
| ৮ | ২৭ | ৩ | ৭ | ১২।৩০ | ২৩ | ১১ | ৪ | ২৩ | ১২।৫৩ |
| ৯ | ২৮ | ৪ | ৮ | ১২।৩২ | ২৪ | ১২ | ৫ | ২৪ | ১২।৫৪ |
| ১০ | ২৯ | ৫ | ৯ | ১২ ৩৪ | ২৫ | ১৩ | ৬ | ২৫ | ১২।৫৫ |
| ১১ | ৩০ | ৬ | ১০ | ১২।৩৬ | ২৬ | ১৪ | ৭ | ২৫ | ১২।৫৬ |
| ১২ | ৩১ | ৭ | ১১ | ১২।৩৭ | | | | | |
| | | | | | ২৭ | ১৫ | ১ | ২৬ | ২১।৫৭ |
| ১৩ | ১ | ১ | ১২ | ১২ ৩৯ | ২৮ | ১৬ | ২ | ২৭ | ১২।৫৮ |
| ১৪ | ২ | ২ | ১৩ | ১২।৪০ | ২৯ | ১৭ | ৩ | ২৮ | ১২।৫৯ |
| ১৫ | ৩ | ৩ | ১৪ | ১২ ৪২ | ৩০ | ১৮ | ৪ | ২৯ | ১২।০ |

আমাবাস্যা ২ তাং ০।৫০ পুআ বেলা । পুর্নিমা ১৬ তাং ৪।৫৩ পুআ ।




## THE ORUNUDOI,

*Printed and published by* O. T. CUTTER, *at the Sibsagor Mission Press.*—N. BROWN, *Editor.*

# অৰুনোদৈ

৬ বচৰ। যোং সিৱসাগৰ, এপ্ৰিল, ১৮৫১। নম্বৰ ৪।

VOL. VI. SIBSAGOR, ASAM, APRIL, 1851. NO. 4.

## আচিয়াৰ উত্তৰ দেস ৰুচিয়াৰ বিবৰন।

Geography of Russia in Asia

আচিয়া আৰু ইউৰপৰ উত্তৰ ফালে থকা ৰুচিয়া নামে এখন বৰ দেস আচে। ইউৰপৰ ভিতৰত জি ভাগ, সি আচিয়াৰ ভাগতকৈ ঠাই তাকৰ, কিন্তু প্ৰজা সৰহ। আচিয়াৰ জি ডোখৰ ৰুচিয়াৰ তল হৈ থাকে, তাৰ দিঘ ৫,৪০০ মাইল; পুথালি ১০। ১২ স মাইল; মাটিৰ জোখ প্ৰায়ে ৫৫,০০,০০০ বৰ্গ মাইল। তাৰ উত্তৰ ফালে উত্তৰ হিম সাগৰ থাকে, দখিন ফালে খেহ, তাতাৰ, পাৰ্চি, আৰু তুৰ্কি, এইবিলাক দেস আচে। হিমালই পৰ্বতৰ উত্তৰ ফালে ৰুচিয়াৰ সমান আৰু ডাঙ্গৰ দেস নাই। প্ৰজাৰ সংখ্যা অনুমানে ১,২০,০০,০০০।

ৰুচিয়াৰ ভিতৰত বৰ দিঘল ডাঙ্গৰ দুসাৰি পৰ্বত আচে; পচিমৰটো উৰাল বোলে, পুবৰটো আল্‌টাই। উৰাল সাৰি পৰ্বত ১২০০ মাইল দিঘল, কিন্তু ওখই ৩৩৩ হাত মাথোন। তাৰ ওচৰৰ মানুহে সেই পৰ্বতবোৰক প্ৰিথিবিৰ কটি সূত্ৰ বোলে। আলটাই পৰ্বতবিলাক পুবা পচিমা হৈ আচে, ওখ ৬৬০ মান হাত, আৰু সদাই হিমে ঢাকি থাকে। সেই পৰ্বতৰ পৰা অনেক



Skeleton of a Mammoth found in Siberia.

নদি আহিচে; তাৰ মাজত ওবি, এনিচি, লিনা, এই তিনি খন ডাঙৰ নৈ, ব্ৰহ্মপুত্ৰৰ সমান; উত্তৰ ফালনৈ বৈ হিম সাগৰত পৰেগৈ। সেই নদিবোৰ সাগৰৰ ওচৰ পাঁওতে ঠায়ে ঠায়ে জাৰৰ কাৰনে পানি সিলেৰে ঢকা হৈছে; তাৰ ওপৰে জোৱা মানুহে নদিৰ জল নে দেখে।

সেই দেসৰ উত্তৰ ফালক চিবিৰিয়া বোলে; এবিধ সৰ পহুৰ বাহিৰে ঘাঁহ পাত খোৱা প্ৰায়ে আন জন্তু থাকিব নোৱাৰে; আগৰ কালত আন জন্তু আচিল, আৰু ইমান তাৰ নাই কিচিল জেন মনে ধৰে। কিয়নো সেই দেসত হাতি গৰ আদি অনেক ডাঙৰ জন্তুৰ হাৰ পোৱা গৈছে। সেই হাৰ পানি সিলৰ পৰা খানি উলিয়াই, আৰু হাতিৰ দাঁত বেচি বহু ধন পাই। নৈয়েও গৰা খহাওতে ঠায়ে ঠায়ে বহু ডাঙৰ হাৰ ওলাই। লিনা নদি মুখৰ ওচৰত ১৭৯৯ সঁকত চালে মঙহে সৈতে হাতি এডোখৰ গৰাত ওলোৱা দেখিলে। ক্ৰমেৰে খহাই নিয়াত গোটেইটো ওলাই ১৮০৩ সঁকত গৰাৰ পৰা তলনৈ পৰিল। তাতে দুবচৰ মান থকাত ৰাঙ্গ কুকুৰ আৰু ভালুকে তাৰ মঙহ প্ৰাইবোৰ খালে। সেসত আদমচ নামে এজন চাহাবে হাৰবোৰ গোটাই পিতৰ্চবৰ্গ ৰাজ নগৰলৈ পঠাই দিলে; পাচে সেই হাৰবোৰ জোৰা খুআলত হাতিৰ আকাৰ হল। কিন্তু এতিয়া জিয়াই থকা আটাই বিধ হাতিতকৈ বেলেগ। তাৰ নকচা সি ফালে লিখা আচে। মুৰত নোমেৰে সৈতে এডোখৰ চাল এতিয়ালৈকে আচে। দাঁত নো হোৱাকৈ মুৰৰ হাৰ ৫ মোনতকৈ গধুৰ, দাঁত হলে ৪ মোন ১৫ সেৰ; আৰু তাক খোৱা ঠাইত ১৮ সেৰ কলা নোম পালে।

ৰুচিয়া দেসৰ জি দ্ৰুহি বা ৰাজ সত্ৰু পাই, উগ্ৰ সাস্তি দি চিবিৰিয়ালৈ খেদাই। সেই দেসত কোনো কোনো ঠাই ওখ, আৰু তাত খেৰনি; কোনো ঠাইত গচনি। সৰ, ভালুক, ৰাঙ্গ কুকুৰৰ বাহিৰে উমেৰে নোম থকা অনেক বিধ জন্তু আচে; নৈবোৰত অনেক মাচ। দখিন ফালে ঘাম কালি হলে সহ খেতিও কৰিব পাৰে। বাইকাল নামে ৩৭০ মাইল দিঘল এখন সৰোবৰ আচে; তাৰ ওচৰত মাটি অতি ভাল; বৰ জাৰো নহই। তাৰ পচিম পাৰে ইৰ্কুত্স্ক প্ৰধান নগৰ আচে; ১২,০০০ মান মানুহ তাত নিবাসি। খেহ লোকে সৈতে বেহা বেপাৰ কৰিবলৈ ৰুচিয়াবিলাকে অহা জোৱা কৰে; পচিমে থকাবোৰে প্ৰায়ে ইউৰপিয়াই সৈতে চল কৰ কৰে। মাজে দি হিমালই পৰ্বত ভেঁটা থকা কাৰন হিন্দুস্থানলৈ নাহে। পচিম ফালৰ প্ৰধান নগৰ তবল্স্ক; তাত নিবাসি মানুহ ১৫,০০০। পুৱ ফালে সাগৰৰ দাঁতিত অকত্স্ক নামে ১৫,০০০ মানুহ থকা এখান নগৰ আচে; তালৈ অনেক ঠাইৰ ভালেমান বেপাৰি জাহাজ আহে।

ৰুচিয়া দেসত লো, সিহ, তাম, আৰু কোনো ঠাইত সোন ৰূপো উত্পন হই। উৰাল পৰ্বতত ৰাজ আগ্যাৰে খানি বচৰি বচৰি বহু সোন মুকুতাদি উলিয়াই।

সেই দেসত ৫০ মান জাতিৰ মানুহ আচে; ভাসা, ধৰম, আচাৰ, জাতিএ জাতিএ নৰ নৰ আচে। চিবিৰিয়া লোকৰ সৰহ ভাগে তিব্বত দেসৰ বুধ ধৰম আচৰে; কোনোএ মচলমান ধৰমেৰে প্ৰবৰ্ত্তে; কিন্তু ৰাজ ধৰম গ্ৰিকৰ দৰে খ্ৰিষ্টিয়ান। প্ৰায়ে সকলোবোৰে চেৰাপ কটিকা খাই। ১৪৫০ সঁকলৈকে সেই দেস ৰুচিয়াৰ তল নহই; পাচে ক্ৰমে ৰুচিয়া ৰজাই আক্ৰমন কৰি ১৭০০ মান সঁকত সকলোকে দখল কৰা হল।

পুৱ ফালে সাগৰলৈ আগলিকা হোৱা ডোখৰক কাম্‌চাত্‌কা বোলে; তাৰ তিনি ফালে সমুদ্ৰেৰে বেৰা হৈছে। কাম্‌চাত্‌কিয়া মানুহ চাপৰ, চকু সৰু, প্ৰায়ে ডাঁৰি নাই কিয়া; এলেহুৱা, কঙ্গালি, আৰু দুষ্ট। সিইতৰ অহা জোৱা কৰিবলৈ কুকুৰে টনা চানি নামেৰে ঘিলা নো হোৱা জন্ত্ৰ আচে। হিমত পিচলি বৰ বেগেৰে জাই।

## সত্য ধৰমৰ সংখ্যেপ কথা ।

**Epitome of the True Religion.—From the Bengali.**

সুনা সুনা, বন্ধু সকল,
কৰা মনজোগ,
সত্য ধৰ্মে মতি হৈলে
খণ্ডে পাপৰ ভোগ ।
দিনে দিনে বহু লোকে
জন্মে আৰু মৰে,
হেজাৰ হেজাৰ বচৰ মধ্যে
পৰি থাকে নৰে ।
আজি, নাইবা কালি, নাইবা
জি কোনো বচৰে,
মৰিব অৱস্যে সবে,
জানিবা অন্তৰে ।
ইহলোকত অলপ কালে
থাকে সৰ্ব্ব জন,
পৰলোকত কাল অনন্ত
থিতি নিবন্ধন ।
নাহি পুনৰ বাৰে জনম,
আৰু নাই মৰন,
নিত্য স্বৰ্গ ভুঞ্জে, নাইবা
নৰকে গমন ।
দেখা পাপৰ জোগ্য নৰক,
কেও ন হব পাৰ,
তাতে মজি গলে আৰু
কতো নাই নিস্তাৰ ।
নৰকত ন হব কোনো
বন্ধু আপোনাৰ,
পুৰি থাকে পাপৰ অগ্নি,
উঠে ধুমাকাৰ ।
এই হেতুকে বুজি সবে
কৰা সাৱধান,
জতন ৰূপে বিচাৰ কৰা
আত্মাৰ পৰিত্ৰান ।
পাপময় এই সংসাৰ সাগৰ
মজি আছে নৰ,
সৰ্ব্ব প্ৰানি অথিৰ আছে
ক্ৰোধত ইশ্বৰৰ ।
কোনে সৃজে, কোনে পালে,
কোনে সংহাৰ কৰে,
তাক নে ভাবি কৰে হেলা,
পাপত দিন আচৰে ।
আপোন আপোন ত্ৰানৰ অৰ্থে
ইতো প্ৰয়োজন,
জগত ধনৰ তাৰক প্ৰভুত
ভজিবা সৱন ।
তেঁওকে ভজা মন অকপট
ভক্তি কৰা সাৰ,
তেহে পাবা পাপৰ পৰা
অনন্ত নিস্তাৰ ।

### সৰিল আত্মাৰ বিবৰন ।

এই হেতুকে সুনা বন্ধু,
কথাত দিয়া মন,
তোমাৰ সৰিল কেনে বস্তু,
কৰা বিবেচন ।
কি ৰূপ নিৰ্ম্মিত, কেনে সোভিত,
বুঝিবে অগম,
তাতো থাকে উতম আত্মা,
তাৰ কি আচে সম?
সেই আত্মাৰে সৰিল জিএ,
অমৰ অনুসাৰ,
গলে দেহক মৰা বোলে,
কেনে চমত্কাৰ!
তাৰ বিসয়ে ধৰম সাস্ত্ৰে
এনে কথা কই,
আত্মা নিত্যস্থায়ি বস্তু
জাৰ ন হব খই ।
তাক নিৰ্ম্মল পবিত্ৰ ভাৱে
সৃজিলে ইশ্বৰ,
গিয়ানে জি অগম্য আত্মা
সৰ্ব্বদাই অমৰ ।
এনে ৰূপে সুচি আত্মা
আছিল আদমৰ,
জি জন আদি পুৰুস হৈছিল
সকলো নৰৰ ।
তাৰ বিদয়ত প্ৰভু দিলে
প্ৰেমো ভক্তি মন,
সৰ্ব্ব গিয়ানে সৰ্ব্ব চিত্তে
কৰে জেন ভজন ।
কিন্তু এতিয়া তোমাৰ আত্মা
কৰা তাই চিন্তন,
তাদ্ৰিস সি নিৰ্দুসি নাহি
নানা পাপ ঘটন ।

অগিয়ান কুচিন্তা আদি,
কামৰ অভিলাস,
তাতে মজি আচে মানুহ,
পাপে কৰে গ্ৰাস
এই ৰূপ আচে সৰ্ব্ব লোকৰ
মনতে বিকাৰ,
পাসণ্ড হলত ধৰম বৃক্ষাত
সক্তি নাহি আৰ।
মানুহ জন্মাৰ এই ফল মাত্ৰ
ইশ্বৰৰ ভজন;
মনৰ পৰা তাক দূৰ কৰি
ভ্ৰমে সৰ্ব্ব জন।
পৰকালৰ উপাই আদি
তাক নে ভাবে নৰে,
সেসে হব কেনে গতি
চিন্তা কেও ন কৰে।
নৰকৰ অনলৰ ভয়ত
কিচু সঙ্কা নাই;
হাই হাই, কেনে মনৰ ভ্ৰান্তি,
ভাবা কি নো ভাই?
ভাই, কত আচা, জাবা কলৈ?
পোআ কত আসুই?
পাপক ভুগি জাতনাৰে
মৰিবা নিচই।
ইশ্বৰৰ আৰাধনাতে
ভক্তি কৰিবৰ
সৰিল আত্মা সুক্ষা হলেও
কৰা নাই আদৰ।
এই কথা সুমৰা উচিত
মনতে সবাৰ,
সেসৰ দিনা সৰ্ব্ব লোকৰ
ঘটিব বিচাৰ।
কায়ে বাক্যে মনে কৰম
জাক জেই কি ন কৰে,
সেই সকলৰ সুখ্যম বিচাৰ
কৰিব ইশ্বৰে।
তেতিয়া জাৰ জি দুষ্ট কৰম
তাতে হই প্ৰকাস,
ভুত চইতানৰ পথত চলা
তাৰ জি কোনো দাস,
সেই জন লোকৰ দসা হব
অনন্ত নৰক,
জেনে কৰম, তেনে দণ্ড
দিব ফল দায়ক।
কিন্তু জি কোনো আচৰে
মন দি সুকৰম,
ভাগি হব স্বৰ্গ আলয়ত
ইশ্বৰৰ মৰম।

## ধৰমৰ কথাৰ সম্বাদ।

Religious Intelligence.

চিয়াম দেসৰ বাঙ্কক নগৰত ১৪ জানুআৰি তাৰিখে মিস্যনেৰিৰ চাপা খানাৰ ওচৰত থকা এটা উদঙ্গ ঘৰত মানিসা সমই জুই লাগি সেই ঘৰ আৰু চাপা খানা, পুথি, সিহঁৰ আথৰ আদি সকলো পুৰিলে। মিস্যনেৰিবিলাকে কাপৰ মাখোন উলিয়াই সকআলে; হানি প্ৰায়ে ৪০,০০০ টকা হৈচে।

আফিকাৰ দামাৰা দেসত থকা হান নামে এজন মিস্যনেৰি চাহাবে লিখিচে, ২৩ আগষ্ট তাৰিখত জঙ্কৰ নামে এটা আফিকান গামে ৰনুআই সৈতে আহি, তাত থকা ওবাহেৰেৰো গাঁৱৰ লোকক জুধ কৰি লৰা তিৰোতাৰ হাত ভৰি কাটি, চকু কাৰ্হি, পেট ফালি, সৰু ডাঙ্গৰ জাক পালে আটাইকে মাৰিলে। তাত থকা কল্বি নামে এজন মিস্যনেৰি লোকে অলপ মানুহে সৈতে পলাই সাৰিল।

এতিয়াৰ পৰা ১৫০ বচৰৰ আগেয়ে খেঁহ দেসত য়িহুদি লোক আচিল, এই কথা ইঙ্গলণ্ডৰ বুৰি মেম চাহাব এজনিএ সুনি বুলিলে, জদি কোনো মানুহে সিবিলাকক বিচাৰি জাব, তাৰ খৰচৰ নিমিত্তে ৫০০০ ৰূপ দিম। পাচে ১৮৫০ সঁকৰ বচৰত স্যাংহাই নগৰত থকা ডক্তৰ স্মিথ চাহাবে দুজন খেহ লোক পঠাই হনান জিলাৰ কৈফংফু নগৰত সিবিলাকক পালে। কিন্তু এতিয়া অতি তাকৰ হৈ গল, ২০০ মানুহ মাখোন আচে; প্ৰায়ে তিৰোতাহে, আৰু বৰ দুখিয়া হৈচে। সিবিলাকৰ পৰা ইব্ৰি ভাসাৰ আঠ খন পুথি পাই কিনি আনিলে; সিবিলাকে এতিয়া সেই পুথি পৰ্হিব নোআৰে। ৫০ বচৰৰ পৰা সিইতৰ পোৰোহিত নাই কিয়া হৈ আচিল। সেই ঠাইত প্ৰায়ে ২০০০ বচৰৰ পৰা নিবাস কৰি আচিল।

## ম্রিত্যু, মহা বিচাৰৰ দিন, আৰু অনন্ত কাল।

Sermon I.—On Death, Judgment, and Eternity.

অস, কেনে ভয়ানক কথা! হে পঢ়ি সুনা লোক সকল, ইবিলাক কেনে বস্তু, তোমোলাকে তাক জানিচা নে? কি জানি অনেক বাৰ তাক পঢ়িলা আৰু সুনিলাও, কিন্তু তাক ভাল মতে বিবেচনা কৰিচা নে? আৰু তাকে জতন ৰুপে আপোন আপোন মনত দাঙ্গি পাৰি চাইচা নে? নতুবা আপোনাৰ মনত সেই কথা ঘোৰ ভয়ানক চিন্তা দেখি দূৰ কৰিহে খেদাইচা? কিন্তু কি কাৰনে তাক আপোন মনৰ পৰা দূৰ কৰিচা? কিয়নো তাৰ দোআৰাই তোমোলাকৰ মনক ধৰমলৈ আকৰ্সন কৰে। তেন্তে জিহেৰে মানুহৰ মনক পাপৰ পৰা আঁতৰ কৰি পৰিত্ৰানৰ কথাত চিন্তা সুমাই, এনে সক্তিমন্ত বাক্যৰ চিন্তনিকে মানুহে দূৰ কৰে নে? হই, প্ৰাই সকলোএ পৰমাৰ্থিক চিন্তনিত ভাল নে পাই; কিয়নো পাপৰ নিমিত্তে মানুহৰ মন এন্ধাৰ হোআত পহৰৰ ওচৰলৈ নাহে।

ম্রিত্যু! চিন্তা কৰা, হে বন্ধু, চিন্তা কৰা। মৰন নো কাক বোলে? জাৰ আগত সকলো ৰাজ্যৰ লোক অত্যন্ত ভয়েৰে উবুৰি হৈ পৰি আছে, সেয়ে মহা ভয়ানক ৰজা ম্রিত্যু! ম্রিত্যুএ সৰিল আত্মা দুয়োকো বিজোগ কৰি, সৰিলক ঘোৰ এন্ধাৰৰ মাটিত গেলি পচি লিন জাব দিএ, আৰু জিৱাত্মাক অনন্ত অদ্রিস্য জগতলৈ নিএ। মৰনেই সংসাৰৰ সকলো দুখ, সুখ, ঐশ্বৰ্জ, বিভূতি, বিসয়ৰ কৰম, আৰু প্ৰান তুল্য মিতিৰ কুটুম, পিত্ৰি, মাত্ৰি, ভাই বন্ধুৰ পৰা আমাক চেদ কৰে; আৰু অনন্ত কালৰ অৱস্থা পাবলৈ আমাৰ ওপৰত অলৰ মোহৰ মাৰে। তেন্তে ৰুকপেই মৰনলৈ অতি দুখৰ কথা হই। আৰু জদি তুমি সোধা, ৰুকপৈকেএ মই আৰু জগত খনো মৰনৰ অধিন হৈচোঁ নে? হই, আগ্যা কৰা হল, আৰু সেই আগ্যা কেতিয়াও লৰ চৰ হব নোআৰে, কিয়নো জি জনে মিচা কৰ নোআৰে, তেঁৱেই আগ্যা কৰিলে। সেই বচনেই স্রিস্টিৰ কালৰে পৰা পুৰ হৈ আহিচে, আৰু অনুলৈকো তাৰ একো হানি নো হোআকৈ সিধি হব। মৰনে আমাৰ অহিত কৰিবলৈ অবিনাসি আৰু অলৰ হোআ জনৰ মুখে আদেস পালে; আৰু সি কেতিয়াও ভই পাই আপোন কৰমৰ পৰা ইফাল সিফাল ন কৰে। বুঢ়া বা ডেকা, বা স্ত্ৰি কোনোএই ন হওক, তেও তাৰ একো চেনেহ বেখা পাব নোআৰে; আৰু তাৰ প্ৰচণ্ড প্ৰহাৰকো গুচাব নোআৰে; দুখি বা সুখি, ৰজা প্ৰজা, সি কাৰো মুখ নে ৰাখে। ৰুপে, গুনে, ঐশ্বৰ্জ বিভূতিএও তাক বাধা কৰিবলৈ অসাধ্য; ৰজা বা ৰাজ দণ্ডেই কোনো ৰুপে তাক ভয়ো দেখাব নোআৰে; আৰু বেজ, কৈঁকৰি, চকুৰ লোতক বা জাতনা, এইবোৰেও তাৰ কোনো মৰম পাবলৈ সক্তি নাই। তাৰ আগত সকলো জগত খন ত্রিনৰ ফুলৰ নিচিনা, ফুল জঁই পৰে, আৰু তাৰ সুন্দৰ ৰুপ গুচে। সেই ৰুপে মানুহ আৰু তাৰ সৰিলো [illegible]তে ম্রিত্যুৰ জালৰ দোআৰাই নষ্ট কৰে।

দেখা, কি নো মানুহ কাই,
বায়ু বেগে ঢকাই জাই,
ঘেখে জেনে সুন্দৰ ফুল,
থাকে মানে জিৱৰ মূল।

পাচে ৰদত পৰি জঁই,
ফুলৰ পাতো সুকাই ৰই,
তেনে ৰুপে ম্রিত্যু বান
আহে, নিবৰ হেতু প্ৰান।

হাই বিনাসি মাটিৰ বাস,
তোমাত কিচু নাহি আস,
খেনেক পেলাই ম্রিত্যু জাল
নিব তোমাক পৰকাল।

চেতন হোআ বন্ধুগন,
কিয় হৈচা অচেতন?
পৰকালত কাল অসেস
সুখ ভুঞ্জিবা, নতু ক্লেস।

ম্রিত্যু ৰুকপেই আছে, তথাপি ঠিকনা নাই; কিয়নো আমি মৰিম বুলি নিচয়ে

জানি আছোঁ, কিন্তু কেতিয়া, কত মৰিম, এয়ে নিচই ৰূপে ঘোৰ অন্ধকাৰৰ মাজত গোপনিয় হৈ আছে। হে পৰ্হী আৰু সুনা লোক, এক ঘৰিৰ বা এক নিম্নিলৰ পাচেই মৰনে তোমোলাকক পাব, ইয়াকে তোমোলাকে নে জানা। চকুৰ প্ৰচাৰতে তোমোলাকক চন কৰিবলৈ ইশ্বৰক একো জন্ত্ৰ নে লাগে। তোমোলাকৰ চাৰিও ফালে জি জি বস্তু আছে, সেইবোৰেই মৰন; আৰু সকলো ঠাইৰ চুকে চুকে সি আপোনাৰ কৰম সাধিবলৈ বিচাৰি ফুৰি আছে; কি জানি এই খন্তেকতে সি তোমাৰ দুআৰ মুখত, খোঁটালিত, নতুবা তোমাৰ হিদয়তে আছে। বায়ুত জি তুমি নিশ্বাস লৈচা, কি জানি সেয়ে তোমাৰ অহিত হই; কি জানি আহাৰ লোআত বা পান কৰাতে তোমাৰ নাস কাল আছে: মাউৰ, এঁকাল, জৰ, গ্ৰহনি বা আন কোনো অহিতৰ দোআৰাই তোমাৰ অন্ত কাল হই, নতুবা সত্ৰু, মিত্ৰিৰ, বা আপোন হাতৰ দোআৰাই তোমাক অনন্ত কাললৈ নিয়া হব। ৰাতিত বা দিনত, ঘৰত বা পৰত, নগৰত বা গাঁৱত, পথাৰত বা বাটত, উঠোঁতে বা বহোঁতে, নিদ্ৰাত বা সাৰ পোআত, কিনাত বা বেচাত, বিয়া কৰোআত বা বিয়া দিয়াতে মৰনে তোমাক পাব। কি জানি কোনো কুকৰম কৰোঁতেই বা কুচিত ধনৰ লোভতে মৰনে তোমাক বিচুৰ্ত্তি খুআই পৰকাললৈ নিব। হাই হাই, মানুহৰ সৰিল কি? সি কেৱল বতাহত উৰি জোআ ভাপৰ নিচিনা; এক খন্তেক মান থাকে, পাচে আৰু পোআ নে জাই। কিন্তু অস, জিৱাত্মাৰ দৰ কেনে বহুমুল্য হই! তেন্তে হে বন্ধু সকল, এনে বহুমুল্য জিৱাত্মা ৰাখিবৰ নিমিত্তে তোমোলাকৰ কি উপাই আছে? মৰনৰ দোআৰাই সৰিল জেতিয়া গেলি পচি মাটিৰ বস্তু মাটি হই, তেতিয়া আত্মাৰ নিবাস ঠাই নো কত ৰাখিচা? জতে ৰোগ, দুখ, বেদনা, সোক, মৰন নাই, এনে অনন্ত অখ্যই কাল দিপ্তিমন্ত বস্ত্ৰেৰে ভুসিত হৈ ইশ্বৰৰ গুন কিৰ্ত্তন কৰা পৰম সাধু লোকৰ থানত তোমোলাকৰ জিৱাত্মাৰ ভাগ আছে নে? নতুবা জতে হাঁহাকাৰ সবদ, ঘোৰ অন্ধকাৰ, আৰু প্ৰচণ্ড অগ্নিৰ জলি থকা সিখা পাপি লোকক নাস কৰিবৰ নিমিত্তে অনন্ত কাললৈকে ৰাখি থোআ হৈচে, সেই ঠাইতেহে জিৱাত্মাৰ বাস ৰাখি থৈচা? হে বন্ধু, ইয়াক নিচয়ে জানিবা, তুমি জগতত থাকোঁতে পাপ পুন্য জিহকে আৰ্জ্জন কৰিচা, তাকে অনন্ত পৰলোকতো অৱস্যে ভোগ কৰিবলৈ পাবা। এই হেতুকে চেতন হোআ; আৰু বাৰ বিনই বচনেৰে কওঁ, চেতন হোআ, আৰু ইশ্বৰৰ দায়া, পাপৰ খেমা, ইয়াক সিঘ্ৰে বিচাৰ কৰা; কিয়নো মৰন আৰু পৰলোক দুআৰ মুখতে তোমাক ধৰিবলৈ বাট চাই আছে। জি কালতে তুমি সুখ আৰু নিৰ্বিঘিনি হৈ আছোঁ বুলিবা, সেই কালতে গৰ্ভিনিৰ প্ৰসৱৰ বেদনাৰ নিচিনাকৈ তোমাৰ ওপৰলৈ মৰন আহিব।

মৰনৰ বিবৰনতকৈ মানুহৰ আৰু বে'ৰ অৱস্থা নো হোআ হলে, তেন্তে মই মনে মনে থাকিলোঁহেঁতেন; কিন্তু হাই হাই, তাতকৈও কেনে দুৰ্ঘটনাৰ অৱস্থা আছে! জদি তুমি সোধা হেনে মৰনতকৈ নো আৰু কি দুৰ্ঘটনা আছে? অনন্ত নিৰ্বান আৰু অনন্ত নিদ্ৰা আছে নে? অস, জদি এয়ে কোটি কোটি কল্পলৈকে হৈ থকা হলে তেও ভাল আছিল, কিন্তু সিও ন হই; মৰনৰ পাচে মহা বিচাৰৰ দিন আছে। মহা বিচাৰৰ দিন নো কেনে? জি দিনত ইশ্বৰে নিজোজন কৰা য়িচু খ্ৰিষ্টৰ দোআৰাই ধৰম ৰূপে মানুহবিলাকৰ মনৰ গুপুত কথাৰ সোধ কৰিব, সেয়ে মহা বিচাৰৰ দিন।

হে বন্ধু সকল, জি দিনত ওপৰে লিখা কথাৰ দোআৰাই মহা বিচাৰৰ দিন উপস্থিত হব, সেই ভয়ঙ্কৰ দিনত পাপি লোকৰ নো আস্ৰই কত আছে? জগতৰ মাজত মানুহৰ নানা ৰূপ আস্ৰই আৰু ভাৰসা আছে হই, তেও তাৰ দোআৰাই পৰিত্ৰান হব পাৰে নে? মানুহে আপোন নিৰ্বলি হাতেৰে নিৰ্মান

কৰি জি সোন, ৰূপ, পিত্তল, কাঁহ, শিল, কাঠৰ বিনাসি মূৰ্ত্তিৰ আগত পৰি ঈশ্বৰ ৰূপ ভাব কৰে, সেই বিনাসি বস্তুএ অবিনাসি ঈশ্বৰৰ আগত মানুহৰ পৰিত্ৰানৰ অৰ্থে কিবা আ-মুই হব পাৰে নে? আৰু জেতিয়া ঈশ্বৰে আপুনি নিচই কৰ্ত্তা দিনত জগত খনৰ মহা বিচাৰ কৰি প্ৰতি জন লোকৰ কৰমৰ ফল দিব, তেতিয়া ঈশ্বৰৰ প্ৰতিফল বাধা কৰি আপোনাক সেৱা কৰা লোকৰ পৰিত্ৰান দিবলৈ সোন, ৰূপৰ, কাঠ, শিলৰ কিবা শক্তি হব নে?

দেখা, সামান্য ৰূপে প্ৰিথিবিৰ ৰজাবিলাকে আপোনাৰ প্ৰজাবোৰক জেনেকৈ সোধ কৰি, দুসি লোকক দণ্ড আগ্যা কৰে, সেই ৰূপে ঈশ্বৰেও আপোনাৰ প্ৰজাবোৰক অৰ্থাত জগতৰ সকলো মৰা জিয়া লোকক ধৰম ৰূপে সোধ কৰি প্ৰতি জনৰ কৰমৰ ফল দিব। কিন্তু জগতৰ অগিয়ানি আৰু অথিৰ মন হোৱাবিলাকে ঈশ্বৰৰ সেই অখণ্ডনিয় প্ৰতিফলক হেলা কৰি কয়, মানুহৰ পাপৰ প্ৰতিফল এই জগতত্তে দিএ, সেই নিমিত্তে সকলোৰে শৰিলত ৰোগ, বিয়াধি, দুখ, কেলেস, এইবোৰে পিৰিত হৈ থাকে, আৰু কোনো কোনো দুখিয়া দৰিদ্ৰ হৈ অনাহাৰে মৰি জাই। আন আন লোকে বোলে, মানুহ মৰিলেই পাপ পুন্যৰ সোধ কৰা হৈ, স্বৰগে বা নৰকে থান পাই আপোন কৰমৰ প্ৰতিফল ভুঞ্জে; আৰু জেতিয়া তাৰ পাপ পুন্যৰ ভোগ গুচে, তেতিয়া পশুত বা মানুহতেই পুনৰাই জনম ধৰি জগতলৈ আহে; পাচে মহা প্ৰলয়ৰ কাল হলে সকলো জিৱাত্মা ঈশ্বৰৰ শৰিলত লিন হৈ আৰু পাচে দুখ সুখ ন জনা হই।

তথাপি জি জনে জগতৰ গিয়ানিক অগিয়ানি বুলি জানে, আৰু প্ৰিথিবিৰ পৰা স্বৰগলৈ জিমান অন্তৰ, মানুহৰ পৰাও জি জনৰ ভাবনা ইমান অন্তৰ হই, তেঁৱে এই ৰূপে মানুহৰ পৰকালৰ গতি ঠাৱৰ কৰা নাই; কিন্তু ইহলোকত থাকোঁতে মানুহে জি শৰিল আৰু আত্মাৰে ঈশ্বৰৰ অহিতে পাপ কৰে, সেই দুয়োকো ভোগ ন কৰিলে কোনো ৰূপেও পাপি বা পুন্যৱন্তক কৰমৰ প্ৰতিফল নি দিএ। জদি মানুহ মৰোঁতেই তাৰ কৰম ফল ভুঞ্জিবলৈ দিএ, তেও আত্মাৰে সৈতে সম্পুৰ্ন ৰূপে দুখ বা সুখ ভোগ কৰিব নোৱাৰে। তাত বাহিৰে আৰু এক প্ৰধান কাৰন আছে; দেখা, সংসাৰিক লোকে বোলে, জেতিয়া মানুহ মৰে, তেতিয়া তাৰ পাপ পুন্যৰ কৰম পুৰ হই; তাৰ পৰা পাপো কৰিব নোৱাৰে, আৰু পুন্যকো আৰ্জিব নোৱাৰে। কিন্তু ঈশ্বৰৰ আগত সেয়ে কোনো ৰূপেও ন হই, কিয়নো স্ৰিস্টি খন থাকে মানে মানুহৰ পাপ পুন্যও থাকি বাঢ়ি বাঢ়ি জাই; জেতিয়া জগতৰ অন্তকাল হই, তেতিয়াহে সেই কৰমবো সমাপত হব। জদি কোনোএ সোধা হেনে কি ৰূপে এই কথা হব পাৰে? তেন্তে কওঁ সুনা, এই জগতত থাকোঁতে মানহে পাপ পুন্য জি কি ন কৰোক, তাৰ সেই কৰম এই দৰে বাঢ়ি বাঢ়ি গৈছে, দেখা, বাপেকে জি কৰম কৰে, পুতেকেও বাপেকৰ আহিকে চাই সেই সেই কৰমকে কৰে। এই ৰূপে এজন মানুহৰ দোৱাৰাই অনেক অনেক পুৰুসলৈকে অৰ্থাত জগতৰ সেসলৈকে পাপ কৰি থাকে; আৰু একে জনৰ দোৱাৰায়ো অনেকে ভাল কৰম কৰি ঈশ্বৰৰ আগত পুন্যৱন্ত সিধা হই। এই হেতুকে জেতিয়ালৈকে ঈশ্বৰে জগতৰ পৰা মানুহক উবাৰ ন কৰে, সেই দিনলৈকে প্ৰতি জন মানুহৰ ভাল বেয়া কৰমো সম্পুৰ্ন ন হই; আৰু পাপি লোককো ঈশ্বৰে সম্পুৰ্ন ৰূপে সাস্তি দি ভুঞ্জাই। কিন্তু জেতিয়া জগতৰ অন্তকাল হব, তেতিয়া মানুহৰো সকল কৰম পুৰ হব। তাৰ পাচে ঈশ্বৰে জি দিন ঠাৱৰ কৰি থৈছে, সেই দিনতে আপুনি নিজোজন কৰা প্ৰভু য়িচু খ্ৰিস্টৰ দোৱাৰাই সকলো লোকৰ পাপ পুন্যৰ বিচাৰ কৰিবৰ নিমিত্তে সেই কাল প্ৰকাস হব।

কিন্তু হে বন্ধু সকল, দেখা, সেই দিন সামান্য ৰূপে আহিব, এনে ন হই; কিন্তু অতি

প্ৰচণ্ড ৰূপে পাপি লোকক নাস কৰা অগ্নিময়ই ক্ৰোধেৰে ঢোবৰ নিচিনা প্ৰভুৰ দিন আহিব, সেই কালত মহা সবদেৰে আকাস মণ্ডল গুচিব, আৰু অতি তাপেৰে মুল বস্তু সকল গলি জাব, আৰু প্ৰিথিবি তাৰ সকলো বস্তুএ সৈতে পোৰা জাব। পৰ্বত, উপদিপ, সুৰ্জ্য, চন্দ্ৰ, গ্ৰহ আদি সকলো নষ্ট হব। তেতিয়া আকাসৰ মেঘৰ ওপৰত ইশ্বৰৰ মহিমা প্ৰকাস হোআ দেখি সকলো জগতৰ লোকে ক্ৰন্দন কৰিব; কিয়নো অদ্ভুত গুন অদ্ভুত, আৰু হেজাৰ গুন হেজাৰ দুতবিলাকে প্ৰভুক আবৃত কৰি আহিব; আৰু স্বৰ্গিয় মহা ভেঁৰি বাদ্যৰ যোআবাই জগতৰ সকলো মৰা মানুহবিলাক চকুৰ পচাৰতে মৰনৰ পৰা উঠি আপোন আপোন সৰিল আত্মাৰে সংজোগ হব। তাৰ পাচে সোধ আসনৰ আগত দুখি কি সুখি, ৰজা কি প্ৰজা, সকলোবিলাক গোট খাব লাগিব। সেই মহা কালত হে পাপি বন্ধু, তুমি সাৰিব পাৰিবা নে? নতুবা মৰনে তোমাক ৰাখি থব নে! হাই হাই, কেতিয়াও তুমি সাৰিব নোআৰা; মৈদামে তোমাক ঢাকি ন থব, আৰু পৰ্বত সিলবোৰেও তোমাক লুকাবলৈ সক্তি নাই; কিয়নো সাগৰে আপোনাৰ মৰাবিলাকক, আৰু মৰন আৰু পৰলোকেও সিবিলাকৰ মাজত থকা মৰাবোৰক সোধ কৰ্তাৰ হাতত সোধাই দিব। তেতিয়া তুমি মহা ভয়েৰে পৰ্বতক জদি বোলা, হে পৰ্বত, মোক ঢাকি থবা, আৰু সাগৰকো জদি কোআ, হে সাগৰ, মোক লুকাই ৰাখা, তথাপি অগাধ জলৰ মাজতো সোধ কৰ্তাৰ চকুএৰে তোমাক দেখি থাকিব। সেই দিনত মানুহে জি কি আসুই ন লওক, তেও সকলো মহা বায়ুৰ আগত উৰি জোআ ত্ৰিনৰ নিচিনা হব।

তেতিয়া মৰা জিয়া সকলোকে আপোনাৰ আগত প্ৰভুএ চপাই লব, তেতিয়া তেঁও সকলোৰে সোধ কৰি প্ৰতিফল দিব। কিন্তু কি ৰূপে তেঁও মানুহৰ বিচাৰ কৰিব? তেঁও মানুহৰ মনৰ গুপুত কথাৰ সোধ কৰিব; সকলো মনৰ গুপুত ভাবনা, বেয়া হওক বা ভাল হওক, সেই মহা দিনত ইশ্বৰৰ আৰু মানুহৰ আগতো প্ৰকাস কৰা হব। কিন্তু কি ভাৱেৰে সোধ কৰা হব? পৰমাৰ্থিক আৰু অনন্ত সত্যেৰে জগতৰ বিচাৰ কৰা হব। সেই দিনা জিবিলাকে বিধান নে পাই পাপ কৰে, সিবিলাক বিধান নো হোআকৈ বিনাস হব; আৰু জিবিলাকে বিধান পায়ো পাপ কৰে, বিধানৰ দ্বাৰেই সিবিলাকৰ সোধ হব। এই সংসাৰত থাকোঁতে পাপৰ বলত সকলোএ ইশ্বৰৰ বাক্যত নিন্দা, আৰু অহঙ্কাৰ কৰে; কিন্তু সেই মহা দিনত অতি ভয়েৰে মানিবলৈ ইচা কৰিব। কিন্তু হে ভাই, তোমাৰ মনৰ আৰু গুপুত কথাৰ সোধ কোনে কৰিব, তাক জানিচা নে? জি জনক ইশ্বৰে সৃষ্টিৰ আদিৰে পৰা নিজোজন কৰি থলে, আৰু জি জনক সংসাৰিক লোকে, কি জানি তুমিও নিন্দা আৰু ঘিন কৰিচা, সেই প্ৰভু য়িচু খ্ৰিষ্টেই তোমাৰ আৰু জগতৰো সোধ কৰিব। হই, মোৰ প্ৰিয় সকল, জি জনে সত্ৰুৰ নিমিত্তে আপোনাৰ প্ৰান পেৰেঙ্গনিৰ ওপৰত ভগান কৰিচিল, জি জনক জগতৰ পাপি আৰু দুষ্ট লোকে বধ কৰিলে, সেই প্ৰভু য়িচুএই সকলোৰে মহা সোধাৰু হব। তথাপি পুৰ্ব্বে জেনেকৈ জগতৰ পাপ ভুঞ্জিবৰ নিমিত্তে আপোনাৰ সৰিল ভগান কৰিবলৈ নম্ৰ হৈ প্ৰিথিবিলৈ আহিল, তেতিয়া তেনেকৈ নাহিব; কিন্তু মহা ভয়ানক আৰু সত্যেৰে ভুসিত হৈ অবিনাসি মহিমাৰে কিৰিটি পিন্ধি সোধৰ আসনত বহিব। তেতিয়া জিৱনৰ গ্ৰন্থ মেলি জাৰ জাৰ নাম তাৰ ভিতৰত পোআ নে জাই, সেই সকলোকে গন্ধকেৰে মিহলি হোআ সৰোবৰত পেলাব। সেই ভয়ানক কালত পিত্ৰি মাত্ৰি, ভাই ককাই, তিৰি স্বামি, সকলো বেলেগ বেলেগ হব; আৰু তাৰ পৰা কোনো জুগেও লগ পোআ ন হব। হে পাঠী আৰু এই কথা সুনা লোক, তেতিয়া তোমোলাক কোন ঠাইত বাস পাবা! কি উপায়েৰে বা আপোন পাপৰ

পৰা হাত সাৰিব পাৰিবা? কিয়নো ইশ্বৰৰ আগত কোনো মানুহৰ মুখ ৰখা ন হয়। হে এতিয়া ধৰমক নিন্দা আৰু তাৰনা কৰা লোক, তোমোলাকে সেই দিনত সোধ কৰ্ত্তাৰ আগত নো কি সক্তিএৰে থিয় হব পাৰিবা? জি জনক এতিয়া তোমোলাকে সক্ৰ ভাৱেৰে হেলা আৰু খিয়াল কৰিচা, আৰু জি জনৰ অহিতেই সকলো পাপকো কৰি আচা, এনে জনৰ মুখলৈ নো কি সাধ্যেৰে চাব পাৰিবা? কিয়নো প্ৰচণ্ড প্ৰতাপি সুৰ্জ্জতকৈও তেঁওৰ মুখ প্ৰকাস হব। আৰু তুমি জদি তেঁওৰ সক্ৰ হোৱা, তেন্তে কি উপায়েৰে নো তেঁওৰ পৰা পলাব পাৰা? জিবিলাকে ইহলোকত থাকোঁতে তেঁওত পৰিত্ৰানৰ আস্ৰুই লৈ তেঁওৰ প্ৰাচিত্তৰ দোআৰাই আপোনাৰ পাপৰ পৰা নিকা কৰা হল, সেইবিলাকলৈ তেঁও চাই কব, হে মোৰ পিত্ৰিৰ আসিৰ্ব্বাদ পোৱা লোক, তোমোলাকৰ নিমিত্তে জগতৰ আদিৰে পৰা জি ৰাজ্য জুগুত কৰা হৈচে, তাৰে ভাগি হোৱাহি। কিন্তু অপৰমাৰ্থিকবিলাকলৈ এই দণ্ড আগ্যা দিব, হে কুকৰম কৰা আৰু সাও পোৱাবিলাক, চইতান আৰু তাৰ ভুতবোৰৰ নিমিত্তে জি অনন্ত জুই স্ৰুজন কৰা হৈচে, তইতে মোৰ ওচৰৰ পৰা তালৈকে গুচি জাইক। হে ভাই, সেই মহা সোধ কৰা সামান্য কথা বুলি তুমি ভাবিচা নে? আৰু জি জনে মনৰ অগাধ কথাকো বিচাৰ কৰি উলিয়াই এনে মহা সোধাকৰ আগত থিয় হবলৈ তুমি আপোনাকে জুগুত কৰিচা নে? আৰু জি জনে তোমাক সোধ কৰিব, তেঁওৰ পৰা তুমি পাপৰ খেমা পালা নে? জদি এয়ে ন হয়, তেন্তে তুমি সাৰিব নোআৰা। এই হেতুকে নিচাই কৰি মই তোমাকে বোলোঁ, সেই মহা! দিনত তুমি তেঁওৰ আগত থিয় হবলৈ আপোনাকে জুগুত কৰা।

এতিয়া সেসতে আৰু এক কথালৈ মন দি চোৱা, অনন্ত কাল কাক বোলে? [illegible]াতে আমাৰ উপাই হেৰাল। মনৰ ভাবনিৰেও তাক গুনিবলৈ নোআৰে, কাৰনো নোলাই। এয়ে তলি নো হোৱা মহা অপাৰ সমুদ্ৰ, আগ গুৰি নো হোআতো সৰ্বদাই থিকে থাকে। আকাসৰ তৰাবিলাককো জোতিসিয়া লোকে লিখিব পাৰে, সমুদ্ৰৰ বালি নতুবা প্ৰিথিৱিৰ সকলো ধুলিকো কি জানি কোনোএ গনি এঁটাব পাৰে; কিন্তু অনন্ত কালৰ কথা কোনেও বুজিব নোআৰে। এয়ে মনৰ অগোচৰ কথা। কোটি কোটি কল্প গৈ চুকালেও তেও অনন্ত কালৰ এক নিমিসে লৈতেও তুল্য কৰিব নোআৰে। সেই অনন্ত কাল তোমাৰ হয় নে ন হয়, তাক সুধিচা নে? হয়, প্ৰিয় বন্ধু, অনন্ত কাল তোমাৰহে হব। তালৈকে তুমি অতি বেগে গৈ আচা; আৰু তাক পোআৰ পাচে সৰ্ব্বদাই তোমাৰ তাতহে বসতি হব। কিন্তু কেনেকৈ সেই অনন্ত কাল নিয়াম, ইয়াক জদি তুমি সুধিচা, তেন্তে কান পাতা, এই জগতৰ অলপ কালত তুমি থাকোঁতে জি জি কৰম কৰি আচা, সেই সেই কৰমৰ দোআৰাই সাধু আৰু পৰম দুতবিলাকৰ সগত স্বৰগৰ অথই সুখ ভুঞ্জিবা; নতুবা সেই কৰমৰ দোআৰাই, দণ্ড আগ্যা পোআবিলাকৰ সগত অনন্ত নৰকৰ অখণ্ডনিয় ঘোৰ সাস্তিকে ভুঞ্জিবা; এই দুয়েই তোমাৰ অনন্ত নিবাসৰ থান হব।

কিন্তু হে ভাই, মন কৰি চোৱা, জদি তুমি পাপৰ দোআৰাই সেই নৰকৰ মাজত পৰিবলৈ ভাগ পোআ, তেন্তে কি ৰূপে নো তাৰ সাস্তি ভুঞ্জিবা! দেখা, সেই ঠাইত মানুহে দুখ পাই মৰনক বিচাৰিব; কিন্তু কোনো কালেও তাত আৰু মৰন নো সোমাব। তাত আৰু পুনৰ্ব্বাৰ উধাৰ পাবলৈ সন্ধি নাই; অজুত অজুত জুগ গৈ চুকুআৰ পাচতো জদি পাপি লোকৰ উধাৰৰ কাল থকা হলে, তেও অতি আনন্দৰ কাৰন হলহেঁতেন। কিন্তু হাই হাই, নৰকৰ জাতনা, দু দুমুআ অগ্নি, আৰু পাপি লোকৰ ক্ৰন্দন, দাঁত কৰচনি, বিলাপ, অনন্ত কালৰ পৰা

আৰু অনন্ত কাললৈকে তেনেই থাকিব! ইশ্বৰ জেনে অবিনাসি হই, তেঁওৰ সত্ৰু জি পাপি মানুহ, সিইতৰো সেই ৰূপ সাস্তিএ সৰ্বদাই অবিনাসি হৈ, সাস্তি দি থাকিব।

তেন্তে হে এতিয়াৰ কালত পাপক ভাল পোৱা লোক, তোমোলাকে ওপৰে লিখা কথালৈ চাই অতিসই ভয়েৰে কঁপি নে থাকা নে? নতুবা তালৈ একো বিবেচনা ন কৰাকৈহে কাল নিয়াব খুজিচা? তেন্তে সেই অবিনাসি নৰকৰ জাতনাত অৱস্যে পৰিবা। কিন্তু জদি সোধা, হেনে আমি নো কি উপায়েৰে নৰকৰ জাতনা সাৰিম? তেনে হলে প্ৰভু য়িচু খ্ৰিষ্টত বিশ্বাস কৰা; জি জনক এতিয়া তুমি হেলা কৰিচা, আৰু জি জনৰ বাক্যকো তুমি আপোনাৰ পৰা দুৰ কৰিচা, সেই জনৰ ওচৰলৈ আহি, আস্ৰই লোৱা; তেঁওত বাহিৰে কাৰো পৰা মানুহৰ পৰিত্ৰান নাই। তেঁৱে জগতক উধাৰিবৰ নিম্িত্তে স্বপ্ৰান ত্যগন কৰিলে; জগতৰ পাপ ধুই নিকা কৰিবৰ হেতুকে আপোনাৰ তেজ দিলে। তেঁওৰ সমান প্ৰেম পাপি লোকলৈ আৰু কাৰো নাই; কিয়নো তেঁৱে ৰজাৰো ৰজা হোৱাতো আপোনাৰ দুষ্ট প্ৰজাবিলাকক ইশ্বৰৰ মহা ক্ৰোধৰ পৰা ৰাখিবলৈ সিইতৰ জি দণ্ড, তেঁও তাক আপোনাৰ সৰিলত ভোগ কৰিলে। তেঁৱে অন্ত কালৰ সোধাক হৈও, দুসি লোকৰ দৰনি পেৰেক্স কাঠৰ ওপৰত সাস্তি ভুগি প্ৰান চাৰি দিলে; তাত বাহিৰেও মৰনৰ পৰা উঠি, এতিয়া আৰু অনন্ত কাললৈকে জিয়াই থাকিচে। আৰু অন্ত কালতো জগতৰ মহা সোধাক হৈ সকলো মানুহৰ পাপ পুন্যৰ সোধ কৰি, প্ৰতি মানুহৰ কৰমৰ আৰু মনৰ গুপুত কথাৰ প্ৰতিফল দিব। তেনে হলে এনে দায়ালু প্ৰভুৰ অনুগ্ৰহ নি বিচাৰি, হে নিবুধি মানুহ, কাৰ নো অনুগ্ৰহ বিচাৰিচা? তেঁওৰ অতুল্য প্ৰাচিত্তত ভাৰসা ন লৈ, আৰু কাৰ প্ৰাচিত্তৰ দোআৰাই নো পৰিত্ৰান পাবলৈ ভাৰসা কৰিচা! য়িচু খ্ৰিষ্টত বাহিৰে আৰু কোনে আপোনাৰ প্ৰানেৰে তোমোলাকৰ প্ৰাচিত্ত কৰিলে? তেঁওত বাজে হে পাপি বন্ধু, তোমোলাকৰ প্ৰাচিত্ত কৰা স্বৰ্গে মৰ্ত্তে্য আৰু কোনো নাই। তোমোলাকৰ গুৰু সকলে সোন ধনেৰে আৰু সংসাৰিক দ্ৰব্যেৰে তোমোলাকৰ জাতি কুলৰ প্ৰাচিত্ত কৰি আপোন গিয়াতি বন্ধুৰ সঙ্গ দিএ হই; কিন্তু খ্ৰিষ্টে তোমোলাকৰ জি অন্তৰৰ পাপ, তাৰ পৰা সুচি পৱিত্ৰ কৰি পৰম সাধু সকলৰ আৰু ইশ্বৰৰ অনন্ত সুখৰ ভাগি হবৰ নিমিত্তে আপোনাৰ তেজেৰে স্বৰূপ প্ৰাচিত্ত কৰিলে। এই নিমিত্তে আহাঁ, তেঁওৰ প্ৰাচিত্তত বিশ্বাস কৰি অনন্ত সুখৰ ভাগি হোআহি। হে ভাই, এই সংসাৰত তোমাৰ অলপ কালৰ নিমিত্তে জাতি ৰৰ নে, অনন্ত পৰম আয়ুস বৰ? মানুহে গোটেই ধন জগত পায়ো জদি আপোনাৰ জিৱাত্মা হেৰুআই, তেন্তে তাৰ তাত কি লাভ? আৰু আপোনাৰ জিৱৰ সলনি নো কি দিব পাৰে! হে ভাই, জেতিয়া তুমি ইশ্বৰৰ সোধ আসনৰ আগত থিয় হবা, তেতিয়া ইশ্বৰে তোমাৰ জাতি কুলৰ সোধ কৰিব নে! ন হই, কিন্তু তোমাৰ মনৰ, আৰু সকলো গুপুত কথাৰহে সোধ কৰিব। এই হেতুকে জি জনে তোমাৰ অন্তৰ পাপৰ প্ৰাচিত্ত কৰিলে, তেঁওৰ দায়া বিচাৰ কৰা, তেঁৱে তোমাক বিনা মূল্যে পৰিত্ৰান দিবলৈ স্বগুত হৈ আচে।

অন্ততে হে সকলো সুনা আৰু পঢ়া লোক, ওপৰে লিখা জি মৃত্যু, মহা বিচাৰৰ দিন, আৰু অনন্ত কালৰ কথা সুনিলা, সেই কথা জদি তোমোলাকৰ মনে স্বৰূপ বুলি জানিচা. আৰু তাৰ দোআৰাই জদি তোমোলাকৰ মনত অতি ভই পাইচা, তেন্তে খ্ৰিষ্ট প্ৰভুৰ চৰনত প্ৰাৰ্থনা কৰি পাপৰ নিমিত্তে খেদ কৰা; তেঁৱে তোমোলাকৰ মনৰ সকলো ভই দূৰ কৰি অনন্ত সুখ দিব; কিয়নো তেঁৱেইহে স্বৰগৰ দুআৰ, আৰু তাৰ দুআৰি, তেঁওত বাহিৰে মানুহক পৰিত্ৰান দিবলৈ কাৰো সক্তি নাই। ন. স.

## এজনি খ্রিষ্টিয়ান তিৰোতাৰ বিবৰন ।

Obituary Notice of Abby Thuku Farwell.

এপ্রিল মাহৰ ২ তাৰিখে বুধ বাৰৰ গধুলি ৯ বজা মানত শ্রীজুত কটৰ চাহাবৰ হাতাত থকা শ্রীমতি থুকু নামে এজনি খ্রিষ্টিয়ান তিৰোতা মাকে কোআৰ দৰে ১৭ বচৰ বয়সিয়া হৈ ম্রিত্যু হল; তাইৰে কিচুমান বিবৰন তলত লিখা হৈচে।

তাই জেতিয়া সৰু আচিল, তেতিয়া মাকে শ্রীজুতা কটৰ মেম চাহাবৰ লগত লিখা পৰ্হা সিকিবৰ নিমিত্তে দিলে। তাতে মেম চাহাবে তাইক আপোন জিএকৰ নিচিনা বৰ মৰম কৰি লিখা পৰ্হা সিকালে; আৰু খ্রিষ্টিয়ান ধৰমৰ কথাও সদাই তাইৰ আগত কৈ কৈ থাকে, অৰ্থাত প্রভু য়িচু খ্রিষ্টে এই জগতলৈ আহি মানুহৰ পৰিত্রানৰ অৰ্থে জেনেকৈ আপোন সৰিলেৰে জগতৰ পাপৰ প্রাচিত কৰিলে, সেই কথাকে বিসেস ৰূপে সিকালে; আৰু ৰাতি পুআ গধুলি ইশ্বৰৰ আগত প্রাৰ্থনা কৰিবলৈকো সিকাই দিলে। এই ৰূপে প্রাই দুই বচৰতকৈ অধিক দিন মেম চাহাবৰ লগত থাকি খ্রিষ্টিয়ান ধৰমৰ কথা ভাল ৰূপে সিকিবলৈ পালে। পাচে ইশ্বৰৰ অতি অনুগ্রহৰ দোআৰাই ১৮৪৬ সঁকৰ ২৯ নবেম্বৰ তাৰিখে জিলা নগাঁৱত তাই প্রভু য়িচুত বিশ্বাস কৰি বুৰ পাই মণ্ডলিত সোমাল। তাৰ পাচে ১৮৪৭ সঁকৰ ২২ ফেবৰুআৰিত এই দেসত প্রথমে হোআ খ্রিষ্টৰ সিস্য শ্রীনিধি লিবাইৰ লগত খ্রিষ্টিয়ান বিধি মতে বিবাহ কৰোআ হল।

তেতিয়াৰে পৰা তাই প্রভু য়িচু খ্রিষ্টত আস্রুই লৈ পাঁচ বচৰ দুকুৰি দিন আপোন স্বামিৰ লগত কুসলে গ্রিহ বাস কৰিলে। বিয়া হোআৰ পাচ বচৰত তাইৰ এটি চোআলি উপজিল; সেই বচৰৰে পৰা গৰ্ভত কোনো ৰোগ হোআত ভাল মতে ঘৰৰ কাম কৰিব নোআৰিচিল। কিন্তু ৰোগ গুচিবৰ নিমিত্তে অনেক দিন দৰৱ খুউআ হল, তথাপি সৰিল ভাল ন হল।

গত মাৰ্চ মাহত প্রথমে নৰিয়া পৰোঁতে তাইৰ মনৰ কথা সোধা হৈচিল, তেতিয়া তাই কলে, বোলে, মোৰ মনত বৰ এন্ধাৰ জেন পাইচোঁ। এই নিমিত্তে পাদুৰি মেম চাহাবক আৰু লগৰ কোনো খ্রিষ্টিয়ান বাই ভনিক মাতি আপোনাৰ মনৰ কথা কলে, আৰু সিবিলাকক প্রাৰ্থনা কৰিবলৈকো নিবেদন কৰিলে। পাচে সেই দিনৰে পৰা তাইৰ মন আগতকৈ আনন্দ হৈ গল; আৰু জেতিয়া মনৰ কথা সোধোঁ, তেতিয়া বোলে, মোলৈ একো ভই ন কৰিবা, মই ইশ্বৰৰ হাতত্তে মোৰ সৰিল আত্মা সমৰ্পন কৰি দিলোঁ, তেঁও মোক কেতিয়াও তিয়াগ ন কৰিব। আৰু এদিন সৰিলত দুখ পাঁওতে আপোনাৰ স্বামিত কলে, মই প্রভুৰ ঠাইলৈ জাবলৈ অতি ইচা আচে, কিয়নো ইয়াত মই বৰ দুখ পাইচোঁ; তথাপি জদি ইশ্বৰে কিচু দিন সাস্তি দিবলৈ ইচা আচে, তেন্তে তেঁওৰ ইচা পুৰ হওক; কিয়নো মোলৈ জি ভাল, তেঁও তাকে কৰিব। সেই ৰূপে দিনে দিনে ৰোগ টান হোআত মৰনৰ চাৰি পাঁচ দিনৰ আগেএ তাই আপোনাৰ স্বামিত এই কথা কলে, তুমি মোলৈ আৰু আসা ন কৰিবা, আৰু একো ভয়ো ন কৰিবা, মই আপোনাকে প্রভু য়িচুত সোধাই দিলোঁ, তেঁৱে মোক সুখি থানলৈ নিব। কিন্তু অচম দেসৰ মাজত জিমান খ্রিষ্টিয়ান বাই ভনি আচে, সকলোতে মোৰ প্রেমৰ নমস্কাৰ জনাই কবা, হেনে মই সিবিলাকৰ কাকো পাহৰা নাই, সকলোকে মৰম ৰূপে সুঁৱৰি আচোঁ। পাচে ওচৰতে মাকক দেখি, মাকতো এই কথা কলে, তুমি প্রভু য়িচু খ্রিষ্টৰ সিস্য হোআ বুলি মই দেখিবলৈ বৰ ইচা আচিল; তথাপি এতিয়া আৰু তুমি দেও পুজক হৈ নে থাকিবা। তাৰ পাচৰ দিনা কিচু সৰিলত স্বস্ত পাই আনন্দ মনেৰে আপোনাৰ স্বামিক মাতি এই কথা কলে, হে মোৰ প্রিয়, তোমাৰ লগত ইশ্বৰে জিমান দিন থাকিবলৈ দিলে, সিমান দিন থাকিলোঁ, কিন্তু এতিয়া মই জা-

নিচোঁ, প্ৰভুএ মোক মাতিচে; এই হেতুক তুমি মোৰ কাৰনে একো ক্ৰন্দন আৰু অসন্তোষ ন কৰিবা, কিয়নো ইমানতে প্ৰভুএ মোক নিবলৈ আপোন পবিত্ৰ ইচাতে উচিত দেখিচে, সেই কাৰন হে মোৰ প্ৰিয়, তুমিও প্ৰভুৰ ইচাতে আপোনাক বস কৰি ৰাখা । কিন্তু জিমান দিন মই তোমাৰ লগত থাকিলোঁ, তাৰ মাজত মই তোমাৰ আগত বহু দোস কৰিলোঁ, তথাপি সেই সকল মোৰ অহিতে মনত নে ৰাখি খেমা কৰা ।

এই ৰূপে মৰিবলৈ এদিন থকালৈকে তাই আপোনাৰ মনৰ কথা কৈ কৈ আচিল; আৰু সময়ে সময়ে তাইৰ আগত প্ৰাৰ্থনা কৰিবলৈ আৰু তাইৰ জিহত প্ৰিতি, এনে এটি গিত গান কৰিবলৈকো তাকে আগত পাই, তাকে মিনতি কৰে । সেই গিত তলত লিখা আচে । কিন্তু মৰনৰ দিনত হলে অতি দুখ পোৱাত আপোনাৰ মনৰ একো কথা কব নোৱাৰিলে, তথাপি জেতিয়া মৰনৰ নিচেই ওচৰ হল, তেতিয়া জিমান দুখ তাইৰ সৰিলত আচিল কব নোৱাৰোঁ, তেও হাত বা ভৰি একেৰিও ন ৰলোআকৈ আচিল; আৰু মধ্যোতে কেৱল দুই তিনি বাৰ দিঘল নিশ্বাস লৈ, জি জনক নে দেখাকৈএ বিশ্বাস কৰিলে, সেই প্ৰভুৰ চৰনত সৰিলেৰে মহা নিদ্ৰা গল । কিন্তু আত্মা হলে আপোনাৰ প্ৰভুৰ সুখৰ থানত অনন্ত বিশ্ৰাম পালে; তাতে আৰু দুখ, কেলেস, ৰোগ বিয়াধি কোনোএ চুব নোআৰে । এই দুখময় জগতত থাকোঁতে মৰ্ত্ত্য সৰিলত নানা দুখ পালে; কিন্তু এতিয়া আৰু সকলো দুখৰ পৰিথাৰ হাত সাৰি, অজৰ অমৰ হৈ ইশ্বৰৰ গুন কিৰ্ত্তন কৰিচে ।

প্ৰিথিবিত জিয়াই থাকোঁতে জেতিয়া ৰাতি সন্ধ্যাত পৰি সুবলৈ জাই, তেতিয়া প্ৰাই সদাই মনৰ কথা আপোনাৰ স্বামিৰ আগত কই । আৰু দিনৰ ভিতৰত দুয়োৰো মাজত জদি কোনো অমিল থাকে, তেও টোপনিএ নৌ ধৰোঁতে আপোন অপৰাধৰ খেমা খোজে । পাচে ৰাতিএই স্বামিৰ লগত ইশ্বৰলৈ গান কৰে, আৰু কেতিয়াবা প্ৰাৰ্থনাও কৰে । জেতিয়া এন্ধাৰ নিসা বৰ ধুমুহা বতাহ বৰখুন আৰু মেঘৰ গৰ্জ্জন হই, তেতিয়া মনত ৰৰকৈ আনন্দ কৰি স্বামিৰ আগত কই, দেখা! প্ৰিয়, আমি জি জনত আস্ৰই লৈচোঁ, সেই প্ৰভুৰ মহিমা আৰু সক্তি কেনে! তেঁওৰ ইচাতে আকাস মণ্ডল ঘন সুন্যতে গৰ্জ্জন কৰি আচে; প্ৰভু নিৰাকাৰ হোআতো বায়ু বৃষ্টিৰ দোআৰাই আপোনাৰ ভয়ানক সবদ প্ৰকাস কৰিচে । জদি এতিয়া তেঁও এনে সক্তিৰে আপোনাৰ মহিমা প্ৰকাস কৰিচে, তেন্তে জেতিয়া সেসৰ কালত আপোনাৰ সত্ৰুবোৰক প্ৰতিফল দিবৰ নিমিত্তে মেঘৰ ওপৰত দুতবিলাকক লগত লৈ আহিব, তেতিয়া ইয়াতকৈও কেনে গৰ্জ্জন হব, ন হই নে?

মৰনৰ এবচৰৰ আগৰে পৰা তাই স্বামিএকৰ আগত এই কথা কলে; হে প্ৰিয়, আমাৰ মণ্ডলিৰ ৰথ্যকে কোআৰ দৰে মণ্ডলিৰ দুখিয়া লোকক উপকাৰ কৰিবলৈ আমি কি কৰিম? তুমি হলে চাকৰি কৰা ধনেৰে কিচু দিব পাৰিবা, কিন্তু মই কি দিম? জদি তোমাৰ ধনকে দিঁও, তেও তাতে মই একো উপকাৰ কৰা ন হল; এই নিমিত্তে মই ইয়াকে কৰোঁ, কিচুমান এৰি পলু, আৰু হাঁহ কুকুৰা পুহি, তাকে বেচি জি পাঁও তাকে দিম । এই বুলি কিচু দিন সেই ৰূপে কৰিলে । কিন্তু ইশ্বৰে তাইৰ বিবেচনাতকৈ আপোনাৰ পবিত্ৰ ইচাৰে জিহক ভাল দেখিলে, তাকে পুৰ কৰিলে ।

তাইৰ নৰিয়াত অনেক খ্ৰিষ্টিয়ান ভাই ভনিবিলাকে কিবা উপকাৰ কৰিবৰ নিমিত্তে দিনে ৰাতি তাইৰ লগত থাকেহি; আৰু মণ্ডলিৰ ৰথ্যক শ্ৰীজুত ব্ৰাওন চাহাব মেম চাহাবেও তাইৰ উপকাৰৰ নিমিত্তে স্ৰম কৰে; কিন্তু ইশ্বৰে তাতকৈও মহা উপকাৰি হৈ এই দুষ্ট সংসাৰৰ পৰা তাইক আপোনাৰ পবিত্ৰ থানলৈ নি অনন্ত জিৱনি দিলে; এই নিমিত্তে সেই ইশ্বৰৰ নামত ধন্যবাদ আৰু গুন কিৰ্ত্তন হওক ।

ওপৰে লিখা থুকুৰ মৰনৰ বিবৰনত আমি দেখিচোঁ, জিবিলাক মানুহে পৰিত্ৰান পাবৰ নিমিত্তে প্ৰভু য়িচুত ভাৰসা ৰাখে, এনে মানুহক প্ৰভুএ কোনো মতেও বাজ ন কৰোঁ বুলি প্ৰতিগ্যা কৰিচে। এই হেতুকে হে প্ৰিয় লোক, আঁহা, মৰনৰ নিমিত্তে জদি ভই কৰা, তেন্তে প্ৰভু য়িচুত জিয়াই থাকোঁতেই ভাৰসা লোআ, তেহে তোমোলাকৰ মৰনলৈ আৰু ভই ন হব, কিয়নো পিত্ৰিএ পুত্ৰক জেনেকৈ মৰম কৰে, তাতকৈও জিবিলাকে খ্ৰিষ্টৰ চৰনত ভাৰসা কৰে, সেইবিলাকক প্ৰভুএ অতি মৰম কৰে, আৰু মৰনৰ সমইতো আপোনাৰ কোলাত তুলি অনন্ত বিস্ৰাম দিএ।

জিয়াই থাকোঁতে থুকুৰ জি গিতত অতি প্ৰিতি আচিল, তাকে তলত দিয়া হৈচে।

আকাসৰ ওপৰত আচে
  এক মহা দিপ্তিৰ থান,
সুকুলা বস্ত্ৰ পিন্ধা লোক
  জত গাই সুললিত গান।

সেই ঠাইত নাই একো দুখৰ লেস,
  নাই অসন্তোস মৰন;
নাই সুৰ্জ চন্দ্ৰৰ কোনো তাপ,
  নাই প্ৰিতিৰো হৰন।

অনাদি কালৰ সুখ সোনাৰ
  এক জোতিৰ্মই নগৰ,
তাত নিৰ্মান বগা সিংহাসন,
  দেখোঁতে মনোহৰ।

স্ফটিক ৰূপ নিৰ্মল অম্ৰিত নৈ
  ওলাই সিংহাসনৰ,
তাৰ মাজত বাৰে বিধ গুটি
  লাগে গচ জিৱনৰ।

তাত দৰ্সন পাই পোআলি মেৰ,
  পিত্ৰিৰো প্ৰফুল মুখ;
অনন্ত কালৰ বিস্ৰাম পাই,
  নু গুচে মনৰ সুখ।

অহ, কেনে ৰহস্য সুখৰ থান,
  ৰুকপেই প্ৰেমৰ সাৰ;
অযুত গুন অযুত কাল চুকাই,
  তেও আগ নে পাব তাৰ। ন. ন.

## পুৰনি অসম বুৰঞ্জি, নং ৯।

Dihingia Raja—War with the Kacharis.

লাকনি তাপৰাও সঁকত ৰজা দেৱে চুক্লংফা তিপাম ৰজাক, চুলেং চাৰিঙ্গ ৰজাক, চুতেং নামৰুকিয়া ৰজাক, চুখ্ৰেং সক জনা গোহাঁইক, ফাচেংমুন বৰ গোহাঁইক, এই পাঁচক মুখ্য কৰি, অনেক লোক জন দি মৰঙ্গিত গৰ বান্ধিব দিলেগৈ; পাচে সকলেও গৈ গৰ বান্ধি বলগৈ। আহাৰৰ দিনত কচাৰি ৰজা ডায়েক লোআচকক পঠাই মৰঙ্গিৰ কোঁঠত ধৰিব দিলেহি; পাচে লোআচকে আহি গৰত জুধ ধৰিলেহি। চুক্লংফা তিপাম ৰজা, চুলেং চাৰিঙ্গ ৰজা, এই দুইক মুখ্য কৰি ডাঙ্গৰিয়া সকলে কোঁঠৰ পৰা ওলাই জুধ ধৰি কচাৰি ৰজাৰ ডায়েকক ভঙ্গালে। চুলেং চাৰিঙ্গ ৰজায়ে কচাৰি ৰজাৰ ডায়েক লোআচক কাটি, তাতে আঠ থান হেঙ্গডান পাই আনি, পাচে ৰজা দেৱে জুধ লাগিবৰ সুনি খেদি ভটিয়াই গৈ, থাওমুঙ্গ কতকক মৰঙ্গিৰ কোঁঠলৈ পাঁচিলে; ৰজা দেৱৰ দুই বাপেক পুতেক ধন সিৰিএ উজাই গৈ, দৈয়াঙ্গৰ মুখত সকলো এঠাই হল। পাচে ৰাজ্যে বোলে, আমি নাংজাপত কোঁঠ দিওঁগৈ; এই বুলি পানিএ উজাই গৈ বালিত বলগৈ। বালি কোঁঠো এৰি ৰাতি দুপৰত কচাৰি গৰ বেৰি ঘৰত জুই দিলেগৈ, কচাৰি ভই খাই ভাগি পলাল। ৰাতি পুআ ৰজা দেৱে পাচত থাকি চুক্লংফা তিপাম ৰজা, চুলেং চাৰিং ৰজা, চুতেং নামৰুকিয়া ৰজা, চুখ্ৰেং সক জনা গোহাঁই, এই চাৰিক মুখ্য কৰি অন্যো ডাঙ্গৰিয়া সকলকো জুধ কৰিবলৈ পঠালে। থাওমুং ক্লিংথাম, চুহন, নৰং, কুংৰিন, এই সকলক সোঁ হাতে ধনসিৰিৰ কাষৰে ধৰিব দিলেগৈ। পাচে লোক গৈ খেদি কচাৰিৰ বৰ মন্ত্ৰিন্দাৰক পালেগৈ। ডেকা ৰজাটো ঘোঁৰাত উঠি পলাল; আমাৰ লোকে খেদি গৈ ইটাৰ গৰ পালেগৈ। পাচে কচাৰিৰ খুনখাৰা ৰজায়ে ডায়েক ডেকা ৰজা পলাই মানতৰা

সোমালগৈ। পাচে ৰজা দেৱে ইটাৰ গৰ এৰি আহিল, বালিত স্নি আচিলে সিওবোৰ আহিল। সকলো আহি চম্লাগুৰিত ৰলহি; তাৰ পৰা ৰজা দেৱে লেঙ্গুৰিয়া কৌঠত ৰলহি।

পাচে সেই ঠাইতে কচাৰিৰ নেওচুং ৰজাই ভায়েকক পঠাই কোআলে, বোলে, মোৰ বুপা ককাৰ ৰাজ খুনখোৱায়ে বল কৰিহে খাইচিলে। ৰজা দেৱলৈ কপ দু স দি ৰাজ্য মাগি আহিল, বোলে, ময়ো সৰ্গ দেৱক সেৱা কৰিমগৈ, ভায়েকে আহি এই কপে কলেহি। পাচে ৰজা দেৱে এই কথা সুনি ভায়েকৰ লগত আমাৰ কটকি পঠালে, বোলে, ভাল, তাৰ ভনিএককো, হাতি দুটা, কপ তিনি সেৰ দি পঠাব। পাচে ভায়েকে আমাৰ কটকিএ কলেগৈ, ভনিএককো, হাতিকো, কপকো, নাকৈ দা এস, তাও কাপোৰ এস, পানি কামলি এখন, এই দ্ৰব্য আনি কচাৰিৰ নেউচুং ৰজায়ে ভায়েকে আহি, সৰ্গ দেৱৰ চৰনত সেৱা কৰিচোঁ মই বন্দিএ, এই বুলি, উঠি উঠি সাত সেৱা কৰিলেহি; পাচে চাপি আহি পাও চুই সেৱা কৰিলেহি। ৰজা দেৱেও দুই চৰন দাঙ্গি দিলে, সিও তাৰ মাথাত তুলি ললে। ৰজা দেৱে সোনৰ আঙ্গচিটো সোলোকাই তাক দিলে, আৰু ৰজা দেও উঠা প্লাইকন হাতিটো দিলে, সুনিয়া হেঙ্গদান এখন দিলে, জিম বস্ত্ৰ ঘোঁৰা এটা দিলে। পাচে ৰজা দেৱে এই বস্ত্ৰ দি কচাৰিৰ নেউচুং ৰজাকে ভায়েকক সিকালে, বোলে তইত ভাঙ্গৰ ৰজাৰ সন্তান, অলপতে পানি জেনে কপে তপত হই, সেই কপে ন হবি; চিত্ততো ক্ৰুৰ ন হবি; আৰু কচাৰি ৰজা খুনখোৱাৰ সোনৰ দণ্ড, সোনৰ খাট, সোনৰ বেলা, সোনৰ কাঁহি, সোনৰ কলহ, এই দ্ৰব্য দি আহিবি; আৰু নাংকোচ কুঁঅৰি তিন জনি দি আহিবি, তাৰ বৰ কুঁঅৰি কনি তোলে বাধিবি; এই বুলি ৰজা দেৱে কচাৰিৰ নেওচুং ৰজাকে ভায়েককে বিদাই দিলে; আমাৰ মানুহ দু কুৰি তাৰ লগত থাকিব দিলে। সি জাঁওতে এই খনি বুলি গল, খুনখোৱাও হনু বঙ্গালত সোমাইচেগৈ, জদি মই তাক পাঁও, ৰজা দেৱৰ ঠাইলৈ দি আহিম। পাচে ৰজা দেৱে ইটাৰ গৰত নেওচুঙ্গক থৈ ৰজা দেৱে ফাইখন মুংখন কৰি আহিল।

পাচে সেই সময়তে লুপুত নামে বঙ্গাল এটা আঠ কুৰি নাৱেৰে মাঘত তেঁওৱে লুইত ওলালহি। ৰজা দেৱে এই কথা সুনি ত্যাওচুংলুং কংচেং, থাওমুংচেনক, এই দুইক খুনখোৱাওক বেৰিব দিলেগৈ। ইবোলাক দুয়ে চুহনক পঠাই দিলে, চুহনেও গৈ লাহৰৰ বস্ত্ৰ জাত পালে, আৰু থাওমুং কতকক বুৰৈলৈ পঠালে; সিবোৰ চাৰিও ভটিয়াই গল। পাচে ৰজা দেৱে সৈন্যে সহিতে নগৰলৈ উজাই আহিল। ত্যাওচুংলুংকংচেঙ্গে, থাওমুংচেন, এই দুয়ে উজিৰক টেমনিত লগ পালেগৈ, তাতে বৰ জুধ লাগিল, উজিৰে জুধে নোআৰি নাও এৰি ঘোঁৰাত উঠি তৰে পলাল। বৰ পাত্ৰ উলটি আহি কুঁঅৰি পোতাত গৰ দি ৰলহি। থাওমুংচেনৰ উলটি ৰাজ্যলৈ আহিল, চুহনে দেও ঘৰৰ সোনৰ দণ্ড, কপৰ কলপ, দেৱৰ সোন কপৰ অলঙ্কাৰ, চাৰি স মান টকাৰ কোচ ৰজা দিয়া মাখুন্দি হাতি এজনি, এই বস্ত্ৰ আনি দিহিঙ্গত ৰজা দেৱক দিলেহি। পাচে ৰজা দেৱে থাওমুং ক্লিংথামক সলাত থাকিব দিলে, থাওমুং কতকক বৰ পাত্ৰৰ লগত সিঙ্গৰিত থাকিব দিলে, চুহনক ভৰলিত থাকিব দিলে; বোলে, ত্যাওচুংলুং কংচেঙ্গৰ পোনে ৰন আহিলে হননে, ক্লিঙ্গথামে খেম কৰিবি, থাওমুংকতকৰ পোনে ৰন হলেও খেম কৰিবি। পাচে বঙ্গাল আহিলত দুয়ো খেম কৰিলেগৈ, বঙ্গালৰ নেবাব বিৰমানিএ বৰ উজিৰে সৈন্যে সহিতে ধৰিলেহি। ঘোঁৰা আহিচিলে ১০০০, মানুহ আহিচিলে ১,৫০,০০০; পাচে আমাৰ লোকেও জুধ ধৰিলে। বিৰমানিএ, উজিৰে ঘোঁৰাৰে আহিচিলে। বৰ পাত্ৰ গোহাই

ম্লাইৰিন হাতিত উঠি ওলাই ধৰিলে । পাচে বঙ্গালে বৰ পাত্ৰ গোহাঁইৰ হাতিৰ নেজ কাটিলে, ভৰিৰ ফাঁদনিও কাটিলে, তেও হাতি ন পৰিল । থাওমুং ক্লিংথাম প্লাই-অৰক হাতিত উঠি গল, থাওমুংবিং চাপ্লাই-কাই হাতিত উঠি গল; এই দুয়ে গৈ বৰ পাত্ৰ গোহাঁইৰ লগত ভৰ দিলেগৈ । কংচেং বৰ পাত্ৰ গোহাঁয়ে বঙ্গালৰ বিৰমানি নেবাবক কাটিলে । ইবোৰ বঙ্গাল ভাগি পেলাল, পাচে আমাৰ লোকে পাচে পাচে খেদি নি খাগৰি জান পালেগৈ । যা লগা হাতি জাৰ নোআৰে দেখি তাৰে পৰা ওলোটাই পঠালে. বঙ্গালৰ পালে ঘোঁৰা ১ স, কাটিলে বিস্তৰ, হিলৈও বিস্তৰ পালে । ৰজা দেৱে ৰন জিকিবৰ সুনি তাৰ পৰা ভাঙ্গৰিয়া সকলক অনালে, সিবোৰেও আহি বঙ্গালৰ জি বস্তু পালে, ৰজা দেৱক সেৱা কৰিলেহি। ৰজা দেৱেও বৰ পাত্ৰ প্ৰমুখ্যে সকলো বিনয়াক জোগ্যানুসাৰে বঁটা প্ৰসাদ দিলে । পাচে ৰজা দেৱে চুহনক দাই ধৰি বুলিলে, বঙ্গালৰ বস্তু বিস্তৰ পালি বুলি সুনিলোঁ, মোক কিয় নি দিলি; এই দাই ধৰি চুহনৰ ঘৰ লুৰি মানুহ গুচাই ঘৰৈল খেদিলে ।



কমিয়া পাদুৰিএ বাটত নস্য লোআ ।

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

আমি সুনিচোঁ, চাইটা মানুহ ব্ৰহ্মপুত্ৰ নদিএ উজাই আহোঁতে আউনিয়াটিৰ ওচৰপালতহি; গৰাত এটা টেকেলিৰ একাল ওলাই থাকিবৰ দেখি, নাৰৰিয়া এটাই বঠাৰে খোচ মাৰিলত ১০১০ টকা কপ, আৰু ১৫।১৬ টকা সোন মাটিত সিসুতি হৈ পৰিল । পাচে আটাই কেইটাই বুটলি চপাই বাঁটি লৈ গোঁসাইক ভেঁটি দিবৰ নিমিতে ২০।২০ টকা ৰাখি, আন আটাইবোৰ পুতি থলে । এই কথাৰ বুজ পাই আউনিয়াটিৰ ভকতবোৰে সেই মানুহ কেইটাক ধৰি ধন উলিয়াবৰ নিমিত্তে সাস্তি কৰা জন্ত্ৰ দেখাই ভই লগোআত সিইতে কপ পোতা ঠাই দেখুআলে; কিন্তু আটাইবোৰ ধন নাই দেখুআ বুলি ভাবি মানুহক এৰি নি দিলে । পাচে বিচাৰ কৰ্ত্তা স্ৰীজুত ব্ৰোতি চাহাৰ মঁহগৰত আচে বুলি সুনি সেই কথা জনালে; তাতে বৰ চাহাৰ গৈ সত্ৰ পালত সিইতে বেগাই সেই মানুহক এৰি দি সেই কথাৰ একো সৈ নে কাৰ্হিলে । পাচে সেই চাইটা মানুহক মাতি সপত দি সোধাত সকলোএ একে কথা কলে । ইয়াৰ বিচাৰ পাচে হব ।

১৮ মাৰ্চত কলিকতাৰ নিমতলা ঘাটৰ ওচৰত ঘাটৰ নাও মানুহে সৈতে ভৰা হৈ পাৰ হওতে তল গল; তাৰ মাজত ৪ টা মাখোন ৰখ্যা পৰিল, আন আটাইবিলাক মৰিল ।

ডিচেম্বৰ ২৮ তাৰিখত ৰাংগুন নগৰত থকা এজন মানুহে জুইৰ ওপৰত তেলৰ চৰু ৰাখি থাকোঁতে মানৰ এখন ভাপ জাহাজ আহিচে বুলি সুনি, তাক চাবলৈ তেল এৰি জোআত ঘৰত জুই লাগিল; পাচে ঘৰে ঘৰে জুই লাগি গৈ প্ৰাই সকলো নগৰ নো পোৰে মানে বাৰ্হি গৈচিল । ২০০০ ঘৰ পুৰিলে, হানি হল ৩০,০০,০০০ টকা । হাটে বাটে দুখিত লৰা তিৰোতা আৰু এখা পোৱা কুকুৰ গাহৰি আদি চাৰিও পোনে দেখা জাই ।

মলমাইন নগৰত থকা আগ্যাৰখৰ নামে এজন মানুহৰ ঘৰত ডকাইত এমথা গোট খাই জখলা পাৰি ওপৰৰ খিলিকি দুআৰে দি সোমাই বাপেক পুতেকক ধৰি আটাই বোৰ চাবি উলিয়াই ঘৰ লুৰিলে। এনে সময়ত পুতেক পলাই বাত্ৰা কলত সোধাক চাহাব এজনে মানুহ গোটাদেক লৈ সেই ঘৰ পালত ডকাইতে গুলিয়াই খেদাই, পাচে আটাই ধন বস্তু লৈ গুচি গল।

ডকাইতৰ কাৰনে খৈৰৰত থকা আফিদি লোকক জুধ কৰি সিইতৰ ধান আদি সকলো খেতি গুচাবৰ নিমিত্তে দু হেজাৰ চিপাহিক পঠাইচে। আৰু ১০।১২ জন ডকাইতক ধৰি গবৰ্নৰ জেনৰল লৰ্ড চাহাবৰ আগ্যাৰে ফাঁচি দিলে।

মৈৰাৰত থকা এজনি বুৰি তিৰোতাক মায়াপি বুলি জানি গাঁৱলিয়াবোৰে ভৰি বান্ধি ওলোটাই আৰি এদিন ৰাখিচিল, তাৰ পাচ দিনাও ৮ ঘণ্টা মান আকও আৰি থলে আৰু চকুতো জলকিয়া ঘঁহি শাস্তি দিলে।

কেপ গুডহোপৰ ওচৰত থকা হটন্তুৰ আৰু কাফিৰ আদি বাসিএ বিলাইতি লোকৰ অহিতে দ্ৰোহ পাতি ১০০০ মান বনুআ গোট খাই অনেক চাগ গৰু আদি বহু ডকা দি নিলে। সেমত ২৪ জানুআৰি তাৰিখে ইঙ্গৰাজি ফৌজে সৈতে ৰন কৰি সিইঁতৰ ২৪ জন মানুহ মৰিল। ফৌজৰ এব চিপাহি আৰু ৫ টা ঘোঁৰাও খুন হল।

লিবৰপুল নগৰত এজন জাহাজৰ কাপ্তান বাজ বাটে দি জাঁওতে ৰথ টনা এটা দুষ্ট ঘোঁৰাৰ ওচৰলৈ গলত ঘোঁৰাই মুখ মেলি খাউপকৈ তাৰ কানত ধৰি একে বেলিএ ফাটি চিঙ্গি পেলালে।

গ্ৰেট হৰ্তন্ত গাঁৱত লৰা দুটা উমলি থাকোঁতে এজনে মটৰ মাহ এটা কানে দি সুমাই মুখে উলিয়াম বুলি মিচাকৈ সেই ৰূপে ভাক কৰা দেখালে। সিটোএ সঁচা জেন বুজি এটা মটৰ গুটি আপোনাৰ কানত সুমাই দিলত উলিয়াব নোআৰি ৪ দিনৰ মূৰত মৰিল।

আয়ৰলণ্ড দেশৰ কোত্চ নামে এজন বৰ টান পকিয়া মানুহে ৫০০ মাইলৰ বাট পুৰ ন হই মানে দিনে ৰাতিএ আধা ঘণ্টাই পতি আধা মাইলৰ বাট খোজ কাঢ়ি জাম বুলি আৰি বান্ধি সেই ৰূপে দহ দিন গৈ সিধি কৰি আৰিৰ ধন ললে। ১০ দিনত ৫০০ মাইল জাবলৈ অতি টান ন হই, কিন্তু সেই ৰূপে দিনে ৰাতিএ ডাঁৰে পতি অলপ অলপকৈ জাবলৈ আন মানুহৰ অসাধ্য।

ইঙ্গলণ্ডৰ দনবৈ গাঁৱত ডিচেম্বৰৰ ১৪ তাৰিখে পুআ ৬॥ বজা সময়ত আকাসত জলি থকা বৰ জাহাজ দুখনৰ আকাৰ দেখা গল। প্ৰথমতে অকল এঘৰৰ মানুহে দেখা পালে, পাচে বাত্ৰা দিলত গাঁৱৰ সকলোএ ওলাই দেখিলে। পাচে ক্ৰমে জাহাজৰ আকাৰ গুচি দু মথা সৈন্যৰ নিচিনা হল; সেমত দুই দল সৈন্যৰ পৰা দু জন বনুআ ওলাই চাপি গৈ হতা হতিকৈ জুধ কৰা জেন দেখিলে। ৮ বজা মানলৈকে এই ৰূপে থাকি ক্ৰমে অদৃস্য হৈ গল।

## মেই, অৰ্থাত জেঠৰ পঞ্জিকা।

Almanac for May, 1851.

| মেই | বহাগ | বাৰ | তিথি | দিনমান | মেই | জেঠ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ৫ | ৩০ | ১৩।২ | ১৭ | ৪ | ৭ | ১৭ | ১৩।২২ |
| ২ | ২০ | ৬ | ১ | ১৩।৩ | | | | | |
| ৩ | ২১ | ৭ | ২ | ১৩।৪ | ১৮ | ৫ | ১ | ১৮ | ১৩।২৪ |
| | | | | | ১৯ | ৬ | ২ | ১৯ | ১৩।২৫ |
| ৪ | ২২ | ১ | ৩ | ১৩।৬ | ২০ | ৭ | ৩ | ২০ | ১৩।২৬ |
| ৫ | ২৩ | ২ | ৪ | ১৩।৭ | ২১ | ৮ | ৪ | ২১ | ১৩।২৭ |
| ৬ | ২৪ | ৩ | ৫ | ১৩।৮ | ২২ | ৯ | ৫ | ২২ | ১৩।২৮ |
| ৭ | ২৫ | ৪ | ৬ | ১৩।১০ | ২৩ | ১০ | ৬ | ২৩ | ১৩।২৮ |
| ৮ | ২৬ | ৫ | ৭ | ১৩।১১ | ২৪ | ১১ | ৭ | ২৪ | ১৩।২৯ |
| ৯ | ২৭ | ৬ | ৯ | ১৩।১২ | | | | | |
| ১০ | ২৮ | ৭ | ১০ | ১৩।১৩ | ২৫ | ১২ | ১ | ২৫ | ১৩।৩০ |
| | | | | | ২৬ | ১৩ | ২ | ২৬ | ১৩।৩১ |
| ১১ | ২৯ | ১ | ১১ | ১৩।১৪ | ২৭ | ১৪ | ৩ | ২৭ | ১৩।৩২ |
| ১২ | ৩০ | ২ | ১২ | ১৩।১৬ | ২৮ | ১৫ | ৪ | ২৮ | ১৩।৩৩ |
| ১৩ | ৩১ | ৩ | ১৩ | ১৩।১৭ | ২৯ | ১৬ | ৫ | ২৯ | ১৩।৩৪ |
| ১৪ | [illegible] | ৪ | ১৪ | ১৩।১৮ | ৩০ | ১৭ | ৬ | ৩০ | ১৩।৩৫ |
| ১৫ | [illegible] | ৫ | ১৫ | ১৩।২০ | ৩১ | ১৮ | ৭ | ১ | ১৩।৩৬ |
| ১৬ | ১ | ৬ | ১৬ | ১৩।২১ | | | | | |

আমাবস্যা ১ দিনৰ ৩।২০ ভাটি। পুৰ্নিমা ১৫ দিনৰ ০।২৩ ভাটি বেলা।

THE ORUNUDOI,
*Printed and published by* O. T. Cutter, *at the Sibsagor Mission Press.*—N. Brown, *Editor.*

# অৰুণোদই

৬ বচৰ। মোং সিৱসাগৰ, মেই, ১৮৫১। নম্বৰ ৫।

VOL. VI. SIBSAGOR, ASAM, MAY, 1851. NO. 5.

## আচিয়াত থকা ভাগ তুৰুকৰ বিবৰন।

Geography of Turkey in Asia.

ইউৰপ আৰু আচিয়া বৰিসৰ উত্তৰ তো-খৰত কচিয়া মহা দেস আছে। তাৰে দখিন পচিম চুকে তুৰুকি নামে আন এখন বৰ দেস আছে। তাৰ দু ভাগ আচিয়াত, এভাগ ইউ-ৰপত থাকে। আচিয়াৰ ভিতৰত জি ভাগ থাকে, তাৰ দিঘ ১০০০, পথালি ৪৫০ মাইল। মানুহঁৰ সংখ্যা প্ৰায়ে ১,২০,-০০,০০০।

তুৰুক দেসৰ ভিতৰত এই এই প্ৰদেস আ-চে; সৰু আচিয়া, আৰ্মেনিয়া, কুৰ্দিস্থান, খাচ্দি, মেচপতামিয়া, চুৰিয়া, আৰু পালে-স্তাইন, অৰ্থাত য়িহুদা দেস। এই সকলোকে তুৰুকিইতে দখল কৰিলে। সেই ঠাইতে আগৰ কালত আচুৰিয়া, পন্ত, লুদিয়া আদি কৰি অনেক বৰ ৰাজ্য আচিল; তাতো অনেক পূৰনি নগৰৰ ভগা সেস গৰ, পকি, মূৰ্ত্তি আদি চিন আছে। সেইবিলা-কৰ মাজত বাবেল আৰু নিনিবি অতি প্ৰধান নগৰ; নিনিবি নগৰত এতিয়াও মাটি খানি সিলৰ অনেক বৰ বৰ মূৰ্ত্তি উলিয়াই।

সেই দেসত তৌৰচ আৰু আৰা-ৰাত নামে ওখ পৰ্বত আছে। জল আপ্লৱনৰ কালত নোহাৰ জাহাজ সেই আৰাৰাতৰ টিঙতে ৰল। প্ৰধান নদিৰ নাম ফিৰাট আৰু তিগৰ; এই দুয়ো পাৰ্চি সমুদ্ৰত পৰেগৈ। সেই দেসত বহুত সৰোবৰ নাই; জি সৰু সৰু আছে, তাৰ পানি লোনা।

বাগ্দাদ নামে আগৰ কালৰ তুৰুকি ৰাজ্য নগৰ তিগৰ নদিৰ ওচৰত আছে। সি আ-গেয়ে অতি সুন্দৰ নগৰ আচিল; কিন্তু কনস্তান্তিনপলক ৰাজ্য নগৰ কৰিবৰে পৰা বাগ্দাদ সৰু হৈ হৈ গল। এতিয়া তাত ১০। ১২,০০০ মান নিবাসি লোক মাথোন আছে। সেই নগৰৰ দখিন ফালে ফিৰাটৰ পচিম পাৰে পূৰনি বাবেল নগৰৰ ঠাই আছে; নষ্ট হোআ ভাঙ্গৰ পকিৰ অনেক চিন আছে। তাৰ মাজত তিনটা প্ৰধান ভগা পকি; প্ৰথমটৰ দিঘ ২২০০ হাত, পথালি ১৬০০; দুতিয়টৰ দিঘে পথালিএ ১৪০০ হাত; ত্ৰি-তিয়টৰ ঘেৰ ১৫২৪ হাত, ওখ ৩৯৬ হাত।

সাগৰৰ ওচৰত তিগৰ আৰু ফিৰাত গোট খোআ ঠাইত জাহাজেৰে বেহা বেপাৰ কৰ



তুৰুকি আৰু আৰবি মানুহৰ নকচা।

চবা নামে এখন ভাল নগৰ আছে; তাৰ নিবাসি মানুহ ৬০,০০০। তিগৰৰ পচিম পাৰে মচুল নগৰ আছে, তাৰ মানুহ ৩৫,-০০০। সেই নগৰৰ ওচৰত পুৰনি নিনিবি নগৰ আছিল। ফিৰাট নদিৰ আগালিত এৰ্জে কম নগৰ আছে; মানুহ ৮০,০০০। সেই নগৰ নোহাৰ দিনত পত্তা হৈছিল, তাত থকা মানুহে কই। তাত বাজে দিয়াবিকৰ আৰু বি-লাক সমুদ্ৰৰ পাৰত ত্ৰেবিজন, এই দুই প্ৰধান নগৰ আছে। সৰু আচিয়াত ক্ৰুচা, তকাত, স্মুৰ্না, পৰ্গাম, এবিলাক নগৰ ডাঙ্গৰ হৈছে।

কনস্তাতিনপল্ নগৰৰ ২০০ মাইলৰ পুব দিসে থকা আঙ্গোৰা নগৰ আছে, তাত নি-বাসি মানুহ ৪০,০০৫ মান। সেই ঠাইত অনেক মিহি বহু মুল্য কাপৰ চাগলি নো-মেৰে বনাই। তাত জি বিধ চাগলি থাকে, সি আন কোনো ঠাইত নাই; নোম অতি বগা, মিহি, আদ হাত মান দিঘল। সিৰ পকোআ, বৰ সুন্দৰ। সেই আঙ্গোৰা চাগ-লিৰ নকচা ইয়াত দিয়া হৈছে।



আঙ্গোৰা নগৰৰ মানুহে পোহা চাগলি এবিধ।
The Angora Goat.

আগৰ কালত তুৰুক ৰাজ্য অতি পৰাক্ৰ-মি; এতিয়া হলে ক্ৰমে ক্ৰমে নৰম হৈছে; আৰু আগেয়ে জি ৰূপেৰে আন দেসত আক্ৰমন কৰিছিল, এতিয়া কৰিব নোআৰে। সেই দেসত বহু ডকাইত আছে; জাত্ৰিকে অহা জোৱা কৰিবলৈ টান। তুৰুকি মানুহ দেখিবলৈ ভাল আৰু সকত, কিন্তু সৰপা; তিৰোতাবোৰো তেকা কালত সুন্দৰ, কিন্তু ৩০।৩৫ বচৰ বয়সিয়া হলে, বুৰি জেন দেখা জাই। সিইঁতৰ মচলমান ধৰমৰ মতে এটা মানুহে চাৰি জনি তিৰোতা লব পাৰে; কিন্তু বৰ লোকে জিমান পালিব পাৰে, সেই মান-হে ৰাখে; তাতে বৰ দুষ্টালি কথা জনমা হই। চুলতান অৰ্থাত বাদস্যাৰ চিৰালিও বা হাৰম, অৰ্থাত তিৰোতা থকা ঘৰত ৫।৬০০ স, এইমান তিৰোতা চপাই ৰাখে। সিবিলা-কক ৰখাক মানুহ নপুংসকহে পাতে।

তুৰুকি লোকৰ বহু গিয়ান বিদ্যা নাই; কোৰান নামে মহমদৰ সাস্ত্ৰ পৰ্হিব পাৰে, কিন্তু তাত বাজে অনেক পুথি নাই। আন মচলমানৰ দৰে দিনত পাঁচ বেলি নেমাজ কৰে; সুৰ্জ ওলোআত প্ৰথম, ১ বজাত দু-তিয়, দুপৰত ত্ৰিতিয়, ৪ বজাত চতুৰ্থ, আৰু সুৰ্জ মাৰ জোআত পঞ্চম, এইমান নেমাজ প্ৰাৰ্থনা নিত্তৌ কৰে। নেমাজ নৌ কৰোঁতেই হাত, ভৰি, মুখ ধোএ। দুতিয় প্ৰাৰ্থনাৰ পাচে প্ৰথম সাজ ভাত খাই; আৰু সি সাজ গধুলি বাৰ প্ৰাৰ্থনাৰ পাচেহে খাই।

সিবিলাকে জাত্ৰিক লোকৰ হিতৰ নিমিত্তে অনেক নাম ঘৰ সাজে, আৰু সেই দেসত পানি পাবলৈ দুৰ্গম হোআত জাত্ৰিকৰ নি-মিত্তে নাদ খানি থই। কোৰানৰ মতে সুৰা চেৰাপ খাবলৈ নিসেধ, সেই নিমিত্তে ভাল মানুহে অকল পানিহে খাই; তথাপি কো-নোএ চেৰাপ কানি আদি ৰাগি বস্তু খাবলৈ ধৰি বেগাই দুষ্ট হৈ জাই। অধিক ভাগে ধঁপাত আৰু কাফি খাই, ভাত, ৰুটি, পনিৰ, জলকাই, পনৰু, তেল, আৰু পহুৰ মঙ্গহ, এইবিলাক খাই।

সেই দেসৰ আদ খিনি মান মানুহ তুৰুকি হৈছে; সিবিলাকৰ বাহিৰে গ্ৰিক, আৰ্মেনি, আৰবি, য়িহুদি, কুৰ্দি, আৰু তুৰ্কমান লোক আছে। গ্ৰিক আৰু আৰ্মেনিএ খ্ৰিষ্টিয়ান ধৰম প্ৰবৰ্ত্তে; আৰবি আৰু কুৰ্দিবিলাকে কোৰানৰ দৰে প্ৰবৰ্ত্তে, কিন্তু কুৰ্দিৰ ধৰম আন মচলমানৰ দৰে কিচু নহয়, আৰু কাৰো বস হবলৈ সিইঁতৰ ইচা নাই। সিইঁত নগাৰ



জর্জিয়া দেসৰ লোক।

A Georgian Gentleman.



জর্জিয়া দেসৰ তিৰোতা লোক

A Georgian Lady.

দৰে পর্বতত থাকে; তুৰুকিৰ দৰে কাপৰ নি পিন্ধে, কলা চাগলিৰ চাঁল পিন্ধে, আৰু মুৰত দিঘল ৰঙ্গা টুপি লই। সিহঁত বৰ ডকাইত; কিন্তু কোনো মানুহ দুখত পৰা দেখিলে, অৱস্যে উপকাৰ কৰিব লাগে, সিহঁতৰ সদাই এনে দস্তুৰ। বচৰি বচৰি ২০,০০,০০০ একুৰি লাখ চাগ আৰু মেৰ চাগ বেচিবৰ নিমিত্তে কনস্তান্তিনপল নগৰলৈ খেদাই নিএ। তুর্কমান লোক তুৰুকৰ নিচিনা, একে বঙ্গহৰ মানুহ; তুৰুকৰ পুব ফালে কাস্পিয়ান আৰু আৰাল সমুদ্ৰৰ ওচৰত সিহঁতৰ নিজ; দেস তাক তাতাৰ স্বতন্ত্র দেস বোলে।

তুৰুক লোক তাতাৰ বঙ্গহ হই; কিন্তু সিহঁতৰ ভাসা আৰবি আৰু পার্চি ভাসাৰে সৈতে ক্রমে মিহলি হৈ জোআত তাতাৰে সৈতে এতিয়া নি মিলে। সিহঁতে আগৰ কালৰ পৰা বনুআ আৰু ডকাইত আচিল। খ্রিষ্টৰ পাচে প্রাই ৬৫০ সঁকত খেহ লোকে তাতাৰ পুব ভাগ, চাৰাচেন আৰু পার্চি লোকে পচিম ভাগক দখল কৰিলে; তাতে পচিম ভাগে মচলমান ধৰম গ্রহন কৰিলে। পাচে তুর্কেস্থানত তগুৰুল বেগ আদি অনেক বৰ বনুআ ওলাই আচিয়াৰ সকলো পচিম ভাগক দখল কৰি, সেসত ওস্মান নামে সিহঁতৰ এক অধিপতিএ ১৩০০ সঁকত ওস্মান বা ওতমান ৰাজ্য পাতি, চুলতান, অর্থাত মহা ৰজা নাম ললে। তেঁওৰ পুতেক অর্খানে বাদস্যা নাম ললে। অর্খানৰ পুতেক চুলিমানে ইউৰপক আক্রমন কৰিলে। পাচে বাজাচেত নামে এটা বৰ চোকা আৰু নির্দয়া বাদস্যা আচিল; খ্রিষ্টিয়ান দেসিবোৰেৰে জুধ কৰিলে, আৰু অনেক বন্দিয়াৰ পাই, সিবিলাকৰ ১০,০০০ লোক বধ কৰালে। পাচে মঘল ৰজা তিমুৰলেনে সৈতে ৰন কৰিবলৈ উলটি আহি ১৪০২ সঁকত আঙ্গোৰা নগৰৰ জুধত পৰাজই হৈ ধৰা পৰিল। পাচে তিমুৰলেন ৰজাই বাজাচেতৰ পুতেক মহমদক তুৰুকি বাদস্যা পাতিলে। তাৰ নাতিএক দুতিয় মহমদ বাদস্যাই কনস্তান্তিনপল নগৰক জুধ কৰি ১৪৫৩ সঁকৰ ২৯ মেই তাৰিখত ললে; তাৰে পৰা কনস্তান্তিনপল তুৰুকি ৰাজ নগৰ হল। তাৰ পাচে সকলো ইউৰপ বস কৰিবলৈ তুৰুকি ৰজাবিলাকে

অনেক বেলি জতন কৰিছিল; কিন্তু তাক কৰিব নোঅৰাত আগেয়ে জি জি দেস দখল কৰিছিল, তাৰ কেতবিলাককো এৰি দিলে।

তুৰুক আৰু ৰুচিয়াৰ মাজত কৌকাচ পৰ্বতবিলাক আছে; তাৰ উত্তৰ ভাগত চৰ্কাচিয়া লোক, দখিন ভাগে জৰ্জিয়া লোক থাকে। চৰ্কচিয়াই সৈতে ৰুচিয়াই জুধ কৰি ক্ৰমেৰে ভৈয়ামবোৰ দখল কৰিছে। বচৰ চাৰেকৰ আগেয়ে আকুল্কো গাঁৱৰ কোঁঠ লওঁতে ৰুচিয়াৰ ১২,০০০ সেনা মৰিল। সিইঁতে নগাৰ নিচিনাকৈ আপোনাৰ মাজতো সগতে জুধ কৰে। আৰু কোনো এক মানুহে জদি আনক বধ কৰে, তেন্তে মৰা মানুহৰ গিয়াতিএ সেই মানুহকো মাৰি অৰস্যে সুটাই; আৰু নু সুটাই মানে পুতেক নাতিএকৰ দিনলৈকে মহা সক্ৰু হৈ থাকে। অচিনাকি কোনো মানুহ ঘৰলৈ অহাত সিইঁতে জদি মিতিৰ কৰি ৰাখিব খোজে, তেন্তে সেই ঘৰৰ ঘৈনিএ নৰাক খুউআ দি পিয়াহ্ এটুপি দিএ, পাচে তাক পুতেকৰ নিচিনা মানি সদাই ৰাখে, প্ৰান দিয়ালৈকে কোনো সক্ৰুৰ হাতত এৰি নি দিএ। সিইঁতৰ গামবোৰ ৰজাৰ নিচিনা ডাঙ্গৰ; তাৰ তলৰ প্ৰজাক বন্দিৰ দৰে ৰাখে। আৰু সিইঁতৰ লৰা চোআলিবোৰ আন দেসলৈ বেচে। সিইঁতৰ সংখ্যা প্ৰায়ে ৫,৫০,০০০।

চৰ্কাচিয়াতকৈ জৰ্জিয়াবোৰ ভাল মানুহ; সিইঁতৰ সংখ্যা ৩,২০,০০০। প্ৰধান নগৰ তেফলিচ, তাৰ নিবাসি ১৫,০০০। তাত ৰুচিয়াই কোঁঠ সাজি দেস বসকৈ ৰাখিবলৈ সেনা সেনাপতি থই। সেই দেসৰ অধিক ভাগ মানুহ নামেৰে মাথোন খ্ৰিষ্টিয়ান, কেতবিলাক মচলমানৰ ধৰম প্ৰবৰ্ত্তে; কিন্তু সিইঁতৰ গিয়ান আৰু বিদ্যা নাই। জৰ্জিয়া মুনিহ তিৰোতাৰ নকচা ওপৰত লিখা হৈছে।

আটাই প্ৰিথিবিৰ মানুহতকৈ চৰ্কচিয়া আৰু জৰ্জিয়া লোক দেখিবলৈ সুন্দৰ। সিইঁতৰ তিৰোতা মানুহ আন দেসলৈ বেচি অনেক ধন লই; প্ৰায়ে নিলাম কৰি বেচে। তুৰুক দেসলৈ বচৰি বচৰি ১২,০০০ হেজাৰ মান লৰা চোআলি এই ৰুপেৰে বেচে। তুৰুকি ৰজাৰ তিৰোতাৰ প্ৰাই আটাইবোৰ জৰ্জিয়াৰ জিয়াৰি। পাৰ্চি ৰজায়ো সেই ৰুপে আনে।

জেতিয়া জৰ্জিয়া মানুহ এটা মৰে, তেতিয়া পৰিয়ালবোৰে তাৰ গুৰুক ২০০ ৰুপ দিলেহে সি স্বৰগৰ দুঅৰিলৈ তাক সোমাবৰ নিমিত্তে চিঠি লিখি দিএ; পাচে সেই চিঠি মৰাটৰ বুকত দি পোতে; তাৰ দোআৰাই সি স্বৰগত সোমাব পাৰে, সকলোএ ভাবে; ইমান অগিয়ানি হৈ আছে।

## জাত্ৰিকৰ জাত্ৰা, ৩ আধ্যা।

The Pilgrim's Progress, Chapter 3.

পাচে খ্ৰিষ্টিয়ানে সৈ সৈ অৰ্থ-দায়কৰ ঘৰ পাই বাৰে বাৰে দুআৰ চপৰিয়ালে; পাচে এজনে দুআৰলৈ আহি, ইয়াত কোন আছে বুলি সুধিলে।

তাতে খ্ৰিষ্টিয়ানে উত্তৰ দিলে, এখেত মই এজন বাটৰুআ আছোঁ, দেও; এই ঘৰৰ ঘৰাকিৰ এজন চিনাকি মানুহে মোৰ লাভৰ নিমিত্তে ইয়ালৈ আহিবলৈ দিছে; এতেকে গিৰিহতে সৈতে কথা বাত্ৰা হব খোজোঁ।

তাতে সি ঘৰৰ গিৰিহতক মাতিলত একেৰিমান পলমে তেঁও আহি খ্ৰিষ্টিয়ানত সুধিলে, তোমাৰ কি ইচা হৈছে?

খ্ৰিষ্টিয়ান। হে আতা, মই বিনাস নগৰৰ পৰা আহিছোঁ, চিওন পৰ্বতলৈ জাব খোজোঁ; জিহেৰে মোৰ বৰ উপকাৰ হই, ইয়াত সোমালে আপুনি এনে কেতবিলাক সদ কথা মোক দেখাব, ইয়াকে এই বাটৰ মুখৰ দুআৰত থকা মানুহ জনে মোত কলে।

অৰ্থ দায়ক। ভিতৰলৈ আঁহা; জি কথা তোমালৈ হিত হব, তাক মই দেখাম। তেঁতিয়া আপোনাৰ লগুআক চাকি লগাবলৈ দি, মোৰ পাচে পাচে আঁহা বুলি খ্ৰিষ্টিয়ানত কলে। তেতিয়া সৈ এটা গুপুত খোঁটালি সোমাই লগুআক এখন দুআৰ মেলিবলৈ দিলে। দুআৰ মেলিলত খ্ৰিষ্টিয়ানে

ঘৰত আৰি থোৱা কোনো গভিৰ জনৰ পুতলা দেখিলে। পুতলাৰ এই আকাৰ চকুএ স্বৰগলৈ চোৱা হৈছিল; হাতত সকলো পুথিতকৈ উত্তম পুথি; তেওঁৰ ওঁঠত সত্য ধৰমৰ বিধান লিখা আছিল; জগতলৈ পিঠি দিয়া হৈছিল; মানুহবিলাকক বিনই কৰাৰ নিচিনাকৈ থিয় হৈ থাকিল, আৰু তেওঁৰ মূৰৰ ওপৰত ঐশ্বৰ্যৰ কিৰিটি ওলমি আছিল।

তেতিয়া খ্রিষ্টিয়ানে কলে, ইয়াৰ কি অৰ্থ?

অৰ্থ-দায়ক। জি মানুহৰ এই পুতলা, হেজাৰৰ ভিতৰতো এনে মানুহ নে পাই; সি লৰা জনমাৰও পাৰে, প্ৰসও কৰিব পাৰে, উপজিলে পিয়াহো দিব পাৰে। আৰু তুমি জে তাক স্বৰগলৈ চাই থকা, হাতত আটাইতকৈ উত্তম পুথি লোৱা, আৰু সত্য ধৰমৰ বিধান তাৰ ওঁঠত লিখা দেখিলা, সেয়েৰেই তুমি ইয়াকে বুজিবা; জেনেকৈ তুমি তাক মানুহবিলাকক বিনই ৰূপে থিয় হৈ থকা দেখিলা, সেই দৰে গোপনিয় কথা বুজি পাপি লোকক দেখাই দিয়া, এয়ে তাৰ কৰম। আৰু তুমি জে তাৰ পিঠি জগতলৈ দিয়া, আৰু তাৰ মূৰৰ ওপৰত কিৰিটি ওলমি থকা দেখিলা, তাৰ এই অৰ্থ; সি আপোনাৰ গৰাকিৰ কৰমত প্ৰিতি কৰা হেতুকে বৰ্ত্তমান হোৱা কথা অপমান হেলা কৰি, সি পুৰি জগতত ঐশ্বৰ্য প্ৰতিফল অৱশ্যে পাব। আৰু মই জে প্ৰথমতেই তোমাক এই পুতলা দেখালোঁ, তাৰ কাৰণ এই; তুমি বাটত যাওঁতে জি দুৰ্গম ঠাই পাবা, তাত তোমাক সুপথ বুজাবৰ নিমিত্তে তুমি জোৱা থানৰ অধিকাৰে অকল সেই মানুহক বাট দেখাওঁতা পাতিলে। এয়েৰে তোমাক জি বুজালোঁ, তালৈ সাৱধান হোৱা, আৰু জি দেখিলা, তাক মনত তুমি ৰাখিবা; জি লোকে সত্য পথ দেখাম বুলি মৰণলৈ জোৱা পথে তোমাক নিব, কি জানি বাটত যাওঁতে এনে কোনো মানুহ লগ পাবা।

পাচে অৰ্থ দায়কে খ্রিষ্টিয়ানৰ হাতত ধৰি, কেতিয়াও ন সৰা ধুলিএৰে পূৰ হোৱা এটা বৰ খোঁটালিৰ ভিতৰলৈ নিলে; তাক অলপ বেলি চালত সাৰিবৰ নিমিত্তে এটা মানুহ মাতিলে। সি সাৰিবলৈ ধৰাত ধুলি উৰি উৰি খ্রিষ্টিয়ানৰ নাকে মুখে পৰি প্ৰায়ে উসাহ লব নোৱৰা কৰিলে। তেতিয়া ওচৰত থকা এজনি চোৱালিত অৰ্থ-দায়কে কলে, পানি আনি চটিওৱা; তাক কৰিলত দুখ নো হোৱাকৈ সেই খোঁটালি সাৰি ঝাওতোৱা হল।

তেতিয়া খ্রিষ্টিয়ানে বোলে, ইয়াৰ কি অৰ্থ?

অৰ্থ-দায়ক। জি মানুহৰ মন ধৰমৰ সুভ বাত্ৰাৰ সোৱাদ লগ: অনুগ্ৰহৰ দোৱাৰাই কোনো কালে সুচি কৰা ন হল, এই খোঁটালিএ সেই। তাৰ মূল পাপ বতাও, আৰু জি ভিতৰৰ কুচিত ৰোগে গোটেইটো গা অসুচি কৰিলে, সেইবোৰক ধুলিএ বুজাই; প্ৰথমে জিটোএ সাৰিলে, সি বিধান; জি জনিএ পানি আনি সিঁচিলে, তাই সুভ বাত্ৰা। আৰু বিধানে প্ৰথমতে সাৰিবলৈ ধৰাত ধুলি সৰহকৈ উৰা হেতুকে খোঁটালি ঝাওতাৰ নোৱাৰিলে, আৰু তাৰ দোৱাৰাই তুমি প্ৰায়ে উসাহ লব নোৱৰা হলা, তুমি জে এই কথা দেখিলা, তাৰে ইয়াকে বুজিবা, বিধানে পাপৰ পৰা মন সুচি কৰোক চাৰি, পাপক জিয়াই, বলৱন্ত কৰে, আৰু মানুহৰ বিদয়ত বৰ্ঢ়ায়ো; সি পাপ দেখাই, আৰু নিসেধ মাথোন কৰে, কিন্তু পাপ দমিবলৈ সক্তি দিব নোৱাৰে।

আৰু সেই চোৱালিএ খোঁটালিত পানি সিঁচিলত, তুমি জে তাক স্ৰম নো হোৱাকৈ ঝাওতোৱা দেখিলা, তাৰ অৰ্থ এই বুজিবা, জেতিয়া সুভ বাত্ৰাই আপোনাৰ উত্তম সোৱাদ গুনেৰে সৈতে মনত সোমাই, তেতিয়া জি ৰূপে চোৱালিএ পানি চটিওৱাত ধুলি মৰা দেখিলা, সেই ৰূপে পাপ পৰাজই আৰু দমন কৰা হই, আৰু তাত বিশ্বাসৰ দোৱাৰাই আত্মা সুচি কৰা হোৱাত ঐশ্বৰ্যৱন্ত ৰজা সোমাই তাত নিবাস কৰাৰ জোগ্য।

তাৰ পাচে মই সেই সমাজিকত দেখিলোঁ,

অর্থ-দায়কে খ্রিষ্টিয়ানক হাতত ধৰি, এটা সৰু খোঁটালিলৈ নিলে। তাতে দুখন চকিত দুটা সৰু লৰা বহি আছিল; বৰটৰ নাম ৰাগ, সৰুটৰ নাম সহন। ৰাগক হলে অসন্তোসিয়া জেন দেখি, কিন্তু সহন সান্ত হৈ আছিল। তাতে খ্রিষ্টিয়ানে সুধিলে, ৰাগ অসন্তোস কৰি থকাৰ কি কাৰন' অর্থ দায়কে বোলে, আৰু বচৰ ন হই মানে সি উত্তম বস্তুলৈ বাট চাই থাকক, গৰাকিৰ এনে মন; কিন্তু সি সকলোকে এতিয়াই লব খোজে। সহনে হলে বাট চাই থাকিবলৈ মান্তি হই।

পাচে এজন মানুহে ধন এমোনা হাতত লৈ ৰাগৰ ওচৰলৈ আহি তাৰ ভৰিত ৰাকি দিয়া দেখিলোঁ; তাতে সি তুলি লৈ বৰ ৰঙ্গ কৰিলে, আৰু সহনক ইতিকিঙ্গ কৰি হাঁহিলে। মই একেৰি চাই থকাত আটাইবোৰ ভগন কৰা দেখিলোঁ; ফটা কাপৰৰ বাহিৰে তাৰ একো নাই কিয়া হল।

তেতিয়া খ্রিষ্টিয়ানে অর্থ-দায়কত কলে, এই কথা কিচু প্রকাস ৰূপেৰে মোক বুজাই দিয়া।

তাতে অর্থ দায়কে কলে, এই দুই লৰা উপমাহে হৈচে; ৰাগ হলে এই জগতৰ লোক, আৰু সহন সি জগতৰ সন্তানবিলাকৰ উপমা। ৰাগে জেনেকৈ এই বচৰতে সকলোকে পাব খোজে, সেই ৰূপে জগতৰ লোকে ইচা কৰে; আন বচৰলৈ অর্থাত পৰলোকলৈকে বাট চাই থাকিব নোআৰে; সিইঁতৰ সুখৰ জি ভাগ, তাক এতিয়াই অৱস্য লাগে। গচত থকা দুই চৰাইতকৈ হাতত থকা এটাই ভাল, এই উপকথা ইশ্বৰে দিয়া পৰকালৰ সুখৰ আটাই প্রমানতকৈ সিইঁতে বৰকৈ মানে। কিন্তু জেনেকৈ সেই লৰাই বেগতে সকলোকে অকার্জতে ভাঙ্গিলত ফটা কাপৰ মাথোন থকা দেখিলা, জগতৰ সেসত এনে মানুহবিলাকৰ অৱস্থা সেই ৰূপে হব।

খ্রিষ্টিয়ানে কলে, এতিয়া মই বুজিচোঁ, অনেক কাৰনে সহনৰ বুধি ভাল। প্রথম কাৰন, সি উত্তম বস্তুলৈহে বাট চাইচে। দুতিয়, জি কালত সেই জনৰ ফটা কাপৰ মাথোন থাকিব, তেতিয়া ই জনে আপোনাৰ ঐশ্বর্জ ভোগ পাব।

অর্থ দায়ক। আৰু এটা কাৰন বৰ্হাই দিব পাৰা; এই কালৰ সম্পত্তি বেগতে গুচে, কিন্তু পৰকালৰ ঐশ্বর্জ কেতিয়াও নুচুকাই। এই হেতুকে ৰাগে আপোনাৰ বস্তু প্রথমে পোআত সহনক হাঁহাৰ জিমান চিনু পালে, তাতকৈ সহনে পাচে আপোনাৰ ভাগ পোআত সেসতে ৰাগক হাঁহিবলৈ ঠাই পাব। কিয়নো সেসৰটোলৈ প্রথমটে অৱস্যে ঠাই দিব লাগে; কিন্তু সেসটৰ ভাগ সদাই আগ হৈ থাকে, আৰু সি কাকো ঠাই দিব লগা নাই; জি হেতু তাৰ পাচতে কেও নাহে। এতেকে জি জনে প্রথমতে আপোনাৰ ভাগ পাই, তাক বই কৰিবৰো তাৰ অৱস্যো কাল হই; কিন্তু জি জনে সেসে ভাগ পাই, তাৰ ভাগ চিৰকাল থকা হই। এই ৰূপে ধনৱন্তৰ অর্থে লিখা আচে, তুমি জিয়াই থকা কালত আপোনাৰ সুখ পাইচিলা, লাজাৰে দুখ পাইচিল; এতিয়া হলে সি সুখ পাইচে, তুমিও জাতনা পাইচা।

খ্রিষ্টিয়ান। তেন্তে মই বুজিচোঁ, বর্তমান কথাত লোভ কৰাতকৈ পৰকালৰ কথাৰ নিমিত্তে বাট চাই থকা ভাল।

অর্থ-দায়ক। ৰূপে কৈচা, কিয়নো জি বস্তু দেখা জাই, সেয়ে অলপ কালৰ; কিন্তু জি বস্তু অদৃস্য, সেয়ে অনন্ত কালৰ। এনে হলেও তথাপি বর্তমান কথা আৰু আমাৰ সংসাৰিক ইচা, এই দুয়ো চুবুৰিয়া হোআ দেখি, সিইঁতে বেগতে মিতিৰ পাতে; কিন্তু পৰকালৰ কথা আৰু আমাৰ সংসাৰিক মন অচিনাকি বেলেগ হোআ দেখি, সদাই আঁতৰি থাকে।

তেতিয়া সেই সমাজিকত দেখিলোঁ, অর্থ-দায়কে আকৌ খ্রিষ্টিয়ানক হাতত ধৰি আন ঠাইলৈ নিলেগৈ। তাতে এখন বেৰৰ ওচৰত একুৰা জলি থকা জুই আছিল; আৰু সদাই

তাৰ কোনতে মানুহ এজন থিয় হৈ, তাক নুমাবলৈ বহু পানি ঢালি থাকে; তথাপি সেই জুই অধিকতকৈ জলি ওখ হৈ হৈ উঠে।

তাতে খ্রিষ্টিয়ানে সুধিলে, ইয়াৰ অৰ্থ কি?

অৰ্থ-দায়কে উত্তৰ দি কলে, জুই কুৰা মনৰ ভিতৰত ইশ্বৰৰ অনুগ্ৰহে কৰা কৰম; জুই নুমাই নষ্ট কৰিবলৈ পানি ঢলা মানুহ হলে, চইতান; আৰু পানি ঢলাতো যে জুই বাৰ্হি বাৰ্হি জলিচে, তাৰ কাৰনো দেখিবা। তেতিয়া খ্রিষ্টিয়ানক বেৰৰ সি লুটিলৈ নিলত, তাতে তেলৰ পাত্ৰ হাতত লৈ এটা মানুহে গুপুতে জুইত তেল বাকি বাকি থকা দেখিলে।

তেতিয়া খ্রিষ্টিয়ানে সুধিলে, ইয়াৰ নো কি অৰ্থ?

অৰ্থ-দায়কে কলে, এই জন খ্রিষ্ট; মনৰ ভিতৰ যি কৰমৰ আৰম্ভন হৈচে, তাক অনুগ্ৰহৰ তেলৰ দোআৰাই বৃধি কৰে, এই কাৰনে চইতানে যিমান পাৰে নিবাৰন কৰিলেও, তেঁওৰ লোকবিলাকৰ মন অনুগ্ৰহযুক্ত হৈ থাকে। আৰু সেই জুই বাৰ্খিবলৈ বেৰৰ পিচি ফালে যে সেই মানুহ লুকাই থকা দেখিলা, তাৰে ইয়াকে বুজিবা, মনৰ ভিতৰত অনুগ্ৰহ কি উপায়েৰে ৰখ্যা কৰা হৈচে, পৰিখ্যা পোআ লোকে তাক বুজিবলৈ বৰ টান।

পাচে মই দেখিলোঁ, অৰ্থ-দায়কে আকও খ্রিষ্টিয়ানক হাতত ধৰি এডোখৰ সুন্দৰ ঠাইলৈ নিলে; সেই ঠাইত অতি উত্তম ওখ ৰাজ ঘৰ এটা আচিল; তাক দেখিবলৈ মনোহাৰি। এনেকুআ দেখি খ্রিষ্টিয়ানে বৰ ৰঙ্গ কৰিলে; আৰু ঘৰৰ ওপৰ চোতালত সোনৰ কাপৰ পিন্ধা কোনো লোক অহা যোআ কৰা দেখিলে। তাতে খ্রিষ্টিয়ানে সুধিলে, আমি ইয়াৰ ভিতৰলৈ জাব পাৰিম নে? তেতিয়া অৰ্থ দায়কে তাক ধৰি ৰাজ ঘৰৰ দুআৰৰ ওচৰলৈ নিলত তাৰ চাৰিও ফালে অনেক লোক সমুহ থিয় হৈ আচিল; সোমাবলৈ ইচা কৰা জেন দেখি, কিন্তু ভয়ত সোমাব নোআৰে। আৰু জিবিলাক সোমাব লগা, সেইবিলাকৰ নাম লিখিবৰ নিমিত্তে দুআৰৰ কিচু আঁতৰতে কিতাপ আৰু সিয়ৰ মৈলাম ধৰা এজন মেজৰ কাসৰত বহি আচিল। তাত বাজে দুআৰ মুখৰ বাটত কাখৰ পিন্ধা অনেক পৰিয়া লোক থকা দেখিলে, যিটো সোমাব খোজে, তাক সাধ্য মানে বিঘিনি আৰু তাৰনা কৰিবৰ সিইতৰ মন, এই সকলোকে দেখি খ্রিষ্টিয়ান বিস্মই হল; কিন্তু আটাইবিলাকে ভই খাই মুহকি গলত খ্রিষ্টিয়ানে এটা টান মুখিয়া মানুহক সেই লিখি থকা জনৰ ওচৰলৈ জাবৰ দেখিলে। পাচে সি বুলিলে, হেৰা দেও, মোৰ নাও লিখি থবা; ইয়াকে কৈ সি মুৰত লোৰ টুপি এটা পিন্ধি হাতত তৰোআল উলিয়াই লৈ সেই সজোআ পৰিয়াবোৰক আক্ৰমন কৰি দুআৰৰ ফাললৈ লৰি জোআ দেখিলে। তাতে সিইতে তাক বলতকাৰ কৰি ঘৈয়াবলৈ ধৰিলে, কিন্তু সি একেৰি ও নাই নেৰি সিইত সকলোকে কাটিব চিঙ্গিবলৈ ধৰি অনেক তৰনাসি কৰি, সেসত ভালেমান ঘা পায়ো নিবাৰন কৰাবিলাককো দি বাট মুকলি কৰি ৰাজ ঘৰৰ ভিতৰলৈ সোমাল। এনে সময়ত ভিতৰত থকা লোক, অৰ্থাত ওপৰ চোতালত অহা জোআ কৰাবিলাকৰ পৰা এনে এক সুন্দৰ বানি সুনা গল;

আঁহা প্ৰিয়, ভিতৰ ফাল,<br>ভুগি সুখ অনন্ত কাল।

এই ৰূপে সি সোমালত সিবিলাকৰ যেনে বস্ত্ৰ, তেনে বস্ত্ৰেৰে ভুসিত হল। তেতিয়া খ্রিষ্টিয়ানে মিচিকিয়াই অৰ্থ-দায়কে বুলিলে, ইয়াৰ অৰ্থ অৱস্য জানিচোঁ বুলি মই ভাবিচোঁ।



## পুৰনি অসম বুৰঞ্জি, নং ১০।

**Dihingia Roja—War with the Bengalis.**

পাচে লাকনি বাইঙ্গি (৪৪) শকত ৰজা দেৱে কংচেং বৰ পাত্ৰক মুখ্য কৰি আনো ডাঙ্গৰিয়াবোৰক টিমনিত গৰ বান্ধিবলৈ পঠিয়ালে। পাচে ইবোৰে গৈ গৰ বান্ধোঁতে বহাগৰ দিনত বঙ্গালৰ গৌৰেশ্বৰ ৰজাই তুৰ্বকক পঠালে। হাতি ডেৰ কুৰি, ঘোঁৰা তিনি শ, অস্ত্ৰ শস্ত্ৰ বিস্তৰ আনি গৰ দি ৰলহি। পাচে ৰজা দেৱে এই কথা সুনি চুলেং চাৰিং ৰজা, থাওমুং চেনৰক, থাওমুং বৰুচেনক, এই তিনিক বৰ পাত্ৰ গোহাঁইৰ লগত ভৰ দিব দিলেগৈ। চুক্লংমুং তিপাম ৰজা, চুতেং নামৰুকিয়া ৰজা, চুখ্ৰুং শৰু জনা গোহাঁই দেও, ফাচেংমুং বৰ গোহাঁই, এই চাৰিকো পাচত পঁচিলে। পাচে আমাৰ সমস্ত লোকে আলচ কৰি চুহন ফৈদিয়া মৰাউলা দেঁওধাইক কুকুৰা ঠেঙ্গ চাব দিলে। পাচে দেঁওধাইএ ঠেঙ্গ মাৰি কলে, বোলে, লোকে জদি পানি পাৰ হৈ ধৰেহি, আমি জিকিম; আমি জদি ধৰোঁগৈ হাৰিম। পাচে এই কথা সুনি আমাৰ লোকে দিমা চাপি এক গৰতে আচিল। পাচে বঙ্গালে হিলৈ কাঁৰ মাৰি ঘোঁৰা মেলি কোঁঠত দুই চাৰি মানুহক চোৰাঙ্গ কৰি খালি জাবৰ দেখি, চুক্লংফা তিপাম ৰজা কোঁঠৰ পৰা ওলাই পানি পাৰ হৈ খেদি <u>গৈ</u> কচোআত <u>যুঁধ</u> ধৰিলেগৈ। পাচে তুৰ্বকে [illegible] পৰা ওলাই হাতি ঘোঁৰা অস্ত্ৰ শস্ত্ৰ কৰি যুঁধ জিনিলে। পাচে আমাৰ লোকে ভঙ্গ খাই কপিলি গঙ্গাত পৰিলহি; চুক্লংফা তিপাম ৰজা ঘা খাই এৰাই আহিল। তাতে ফাচেনমুং বৰ গোহাঁয়ো পৰিল, থাওমুং ক্লিংথামো পৰিল, চুকংমুং বিনো পৰিল, থাওমুংবিংচা, থাওমুং কাতথাম, তাওবিং চেঙ্গো পৰিল, হুননো পৰিল, ত্যাওবিং ক্লাংমুংচু পৰিল। মুঠে সুনিয়া সেন্দান আঠ খন পৰিল; পাচে আমাৰ লোকে হুহকি আহি সনাত ৰজা দেৱৰ লগ ললহি চুক্লংফা তিপমিয়া গোহাঁই ঘা খোআবলৈ উজাই আহিল। পাচে ৰজা দেৱে থাওমুং কতককে, হুননকে, সিঙ্গৰিৰ পৰা সনালৈ অনালে। পাচে ৰজা দেৱে ত্যাও চুনুং কংচেঙ্গক সেনাপতি কৰি গৰ প্ৰাপ্তি জ্ঞভাৰ দিলে। চুলেং চাৰিং ৰজাকে, চুতেং নামৰুকিয়া ৰজাকে দুইক কলিয়া পানিৰ মুখত থলে; পাচে ৰজা দেৱে দিহিঙ্গলৈ উজাই আহিল। এনেতে আকৌ বঙ্গাল উজাই আহি কলিয়াবৰত ৰলহি। আহাৰৰ দিনত আমাৰ লোকে বামৰ নাও টানি লুইতত পেলাই মাৰ বান্ধিলে। কাতিৰ দিনত বঙ্গাল ঘিলাধাৰিত ৰলগৈ। লাকনি মুংমাও শকত, আঘোনৰ দিনত, চুক্লংফা তিপমিয়া গোহাঁই ঘা মুকুআই পুনৰ বাৰ ডটিয়াই সনালৈ গল। পাচে ৰজা দেৱে চুক্লংফা তিপাম ৰজাকে চুতেং নামৰুকিয়া ৰজাকে, চুখ্ৰুং শৰু গোহাঁইকে, এই তিনিক বুৰৈ মুখত থাকিব দিলে। এনেতে বঙ্গালে আমাৰ সনাৰ গৰ বেৰি গৰত জুই লগাই তিনি পালি পুৰিলে। পাচে আমাৰ লোকে ওপত পানি ঢালিলে; বঙ্গালৰ গাত পৰি পানি ফোঁহোৰা বান্ধি চাল গল। বঙ্গাল লৰ মাৰি পানিত পৰিলগৈ। পাচে বঙ্গালে বৰ হিলৈ মাৰিলে, আমাৰ লোক কোঁঠত ৰলহি।

মাঘৰ দিনত থাওমুং কতক, হুনন, দুয়ে কোঁঠৰ পৰা ওলাই বালিত খেদি ধৰিলে। বঙ্গালেও ঘোঁৰাৰে বেৰি ধৰিলে, আমাৰ লোকে হাতিএৰে ধৰিলে। বঙ্গালে বৰ হিলৈ চেঙ্গা হিলৈ মাৰিলে, আমাৰ লোক ৰব নোআৰি ভাগিল। থাওমুং কতকক ঘোঁৰাৰে খেদি নি পানিত পেলালে, কিচুতেহে থাওমুং কতক এৰাল। ভাল মানুহ দুই চাৰি পৰিল, লেতেৰা ৰৰাও পৰিল; আৰু বঙ্গালে খেদি আহোঁতে আমাৰ মানুহ এটা হুনন হাজৰিকিয়া পলাই আহি উলটি কাঁৰ মাৰিলে; বঙ্গাল চিপাহি এটাৰ মুৰত কাঁৰ লগাই এৰাই আহিল। পাচে বঙ্গাল খেদি আহি আগ ভেঁটা দি ধৰিলেহি। আমাৰ মানুহ ৰব নোআৰি হুহকি আহিল, সনাত ৰলহি।

## অনেক দেশৰ সম্বাদ।

Journal of Events.

২১ ফেব্ৰুআৰি তাৰিখত শ্ৰীশ্ৰী মতি মহাৰানিৰ প্ৰধান ৰাজ মন্ত্ৰি লৰ্ড জন ৰচেল চাহাবে সাসনৰ কথাত ৰাজ মেলুআইবিলাকৰ লগত মন ন বহি আপোনাৰ বাব সোধাই দিলত মহা ৰানিএ লৰ্ড স্তান্লি চাহাবক সেই ৰিনই দিবলৈ মাতিলে। কিন্তু তেঁওৰ সহাই হবলৈ আন উপযুক্ত মন্ত্ৰিবিলাক বিচাৰি নো পোআত সেই বাব লব নোআৰিল। সেসত মহা ৰানিএ প্ৰধান সেনাপতি ডিউক অফ ওএলিংণ্টন চাহাবক মাতি তেঁওৰ আলচৰ দোআৰাই পুনৰ বাৰ লৰ্ড জন ৰচেল চাহাবকে মাতি আকও সেই কাম দিলে। পাপা ৰজাই ইঙ্গলণ্ডত গুৰু পতাত ৰাজ মেলে জেন নিসেধ কৰিব, এই নিমিত্তে লৰ্ড জন ৰচেল চাহাবে আলচ দি সিকালে। তেঁও ৰাজ মেলৰ আগত সেই কথা কোআৰ নকচা ইয়াত লিখা আছে।

৩০ মাৰ্চত পাটনা ভাপ জাহাজ বলিয়া গাঁৱৰ ওচৰত লংগৰত লাগি থাকোঁতে ৰতাহে নিয়াত তল ভোঙৰ লংগৰৰ কোৰত লাগি জাহাজ ফুটিল। সেই পোনে পানি সোমাই নাও ভৰিল। মানুহ আটাইবোৰ ৰখ্যা পৰিল; বোজাই মাখোন নষ্ট হল।

গুআহাটি নগৰত মাউৰ লাগি দিনে পতি ২০। ৩০ মানুহ ৰবিচে ধুলি আমি চিঠি পত্ৰৰ দোআৰাই বাত্ৰা পাইচোঁ।

এপ্ৰিল মাহৰ সেস পলত জমুনা ভাপ জাহাজ ব্ৰহ্মপুত্ৰে দি উজাই আহোঁতে গোআলপাৰাৰ ওচৰত থকা সিলত লাগি ভাগি পানিৰে ভৰিল; তাতে কাপ্তানে জাহাজ ৰাখিবৰ নিমিত্তে এটা চটলৈ পোনাই তুলিলে। পাচে ৰস্তু বামলৈ তুলি আটাইবোৰ তিতা পালে, অনেক লোকচন হল।

দায়মণ্ড হাৰ্বৰ আৰু কলিকতাৰ মাজত



Lord John Russell in Parliament.—From the Illustrated London News.

এটা ইলেক্‌ট্ৰিক টেলিগ্ৰাফ পাতি, এতিয়া তিলেকতে ই ঠাইৰ পৰা সি ঠাইলৈ বাত্ৰা দি থাকে। তাৰ গুনা মাটিৰ তলত ৰাখিবৰ নিমিত্তে বালি মিহলোআ ধুনা এঠাৰে নলি সাজি তাৰ ভিতৰত সেই গুনা ভাল দিলে।

সেই গুনাত বিদুলি পঠিয়াই বাত্ৰা অনা নিয়া কৰে। ৩ এপ্ৰিল তাৰিখত বাত্ৰা দিবলৈ ধৰিলে। এবচৰৰ মুৰলৈকে সেই ইলেকট্ৰিক টেলিগ্ৰাফ মিৰ্জাপুৰে থাকিলে ওপৰ হিন্দুস্থানলৈকে দিঘল গুনা পাতিম বুলি গৱৰ্নমেণ্টে থিৰ কৰিছে।

কৰমানি জাহাজ ৪৫০ মানুহে সৈতে কলিকতা নগৰ এৰি হুগলি মুখ পালত জাহাজত জুই লাগি পুৰিলে। মানুহ পানিত জাপ মাৰি পৰি পৰি ২৫০ মৰিল। লস্কৰ অৰ্থাত জাহাজৰ বনুআই আপুনি জুই লগালে, ইয়াৰ প্ৰমান লোকে বুজিছে। সিইতে মাহ চাৰেকৰ দৰমহা আগেয়ে পালে। এই জাহাজ পোৰাৰ বাত্ৰা সুনি গৱৰ্নমেণ্টে তাৰ হেৰোৱা মানুহ বিচাৰিবলৈ জমুনা ভাপ জাহাজ পঠাই দিলত, সিইতে গৈ ঠায়ে ঠায়ে গৰাত বগাই ফুৰি থকা দহোটা মানুহ পালে।

আৰাথুন নামে এজন আৰ্মেনি লোক বহু ধৰুআ হোৱাত ধাৰৰ গৰাকিৰ কাৰনে কলিকতাত থাকিব নোআৰি ফাঞ্চিৰ তলৰ চন্দ্ৰনগৰলৈ পলাই গল। আন ৰজাৰ নগৰত বিনদায়েকে তাক খেদি ধৰিব নে পাই; তথাপি স্লোনি আৰু থৰ্নতন নামে দুজন চাহাবে গুপুতে গৈ তাক ধৰি বলতকাৰ কৰি কলিকতালৈ নিলে। সেই অপৰাধৰ নিমিত্তে কম্পানিৰ বিচাৰ কৰ্ত্তাই সেই দুজনক ধৰি দোষ কৰি জগৰিয়া জানি, থৰ্নতনক চ মাহ ফাটক, স্লোনিক চাৰি মাহ ফাটক আৰু এহেজাৰ টকা জৰিমনা দণ্ড দিলে।

১৮৪৭ সঁকৰ জুন মাহৰ পৰা এবচৰৰ ভিতৰত আমেৰিকাৰ জাহাজ ৫৮৫ খন ভাগি নষ্ট হৈছে। তাৰ লগত ৪৭৭ মানুহ মৰি। সেই আটাই জাহাজৰ দাম প্ৰাই ৪০,০০,০০০ ৰুপ টকা; নষ্ট হোৱা জাহাজৰ বোজাইৰ দাম ৫০,০০,০০০ টকা।

লুইচিয়ানা প্ৰদেসত তিনি জন মানুহে ঘঁৰিয়াল মাৰিবলৈ গৈ একে দিনাই ৫৩ টা ঘঁৰিয়াল হিলৈৰে গুলিয়াই মাৰিলে। সেই দেসত ঘঁৰিয়ালৰ তেল বেচি বহু ধন পাই।

আমেৰিকাৰ ইন্দিয়ানা প্ৰদেসৰ কাৰিদন গাঁৱত মাটিৰ তলত খোঁদৰ নিচিনা এটা বৰ গাঁত পাইছে। তাৰ ভিতৰত অনেক ডাঙ্গৰ খোঁটালি আছে; ভিতৰলৈ ৫ ডাঁৱৰ বাট গৈছে, তেও অন্ত নে পালে।

কালিফৰ্নিয়া দেসৰ পৰা বগা ভালুকৰ পোআলি দুটা লণ্ডনলৈ নি ৰনৰিয়া জন্তুৰ গৰালত থলে; পাচে তাৰে এটা কনা হৈ গলত ডক্তৰবিলাকে কলোৰফৰ্ম দৰৱ খুআই মূৰ্চ্চিত কৰি চকুৰ জাল কাটি ভাল কৰিলে।

ওআইজ নামে আমেৰিকাৰ এজন গিয়ানি মানুহে বলুনেৰে ইংলণ্ডলৈ মহা সাগৰ পাৰ হৈ জাব পাৰিম বুলি আমেৰিকান ৰাজ মেলত একুৰি বা তেৰ কুৰি হেজাৰ ৰুপ পাবৰ আসাৰে পুৰ্ব্বৰ ৮ বচৰৰে পৰা নিবেদন কৰিছিল; পাচে সিবিলাকৰ পৰা উপকাৰ নে পাই আপোনাৰ ধনেৰেই জাবলৈ উপাই কৰিছে। সেই মানুহে বুলিছে, ওপৰ ঠাইত বায়ু এধাৰা সদাই পুব ফাললৈ গৈ গৈ আছে। তাৰ বেগ এক ঘণ্টাতে একুৰিৰ পৰা তিনি কুৰি মাইল পৰ্জ্জন্ত জাব পাৰে; ৩০ বা ৪০ দিনতে প্ৰিথিবি গোটেই খন ঘুৰিব পাৰে, ইয়াৰ প্ৰমান পাইচোঁ বুলি কৈছে।

জোআ বচৰত আমেৰিকা দেসৰ পিয়ল কৰাত ২,৩০,০০,০০০ মানুহতকৈ অধিক পালে। সিবিলাকৰ মাজত ৩০,০০,০০০০ আফ্ৰিকা কলা মানুহ বন্দি হৈছে।

আমেৰিকা দেসৰ নুঅৰ্লিন্স নগৰৰ এক ভাপ জাহাজত মানুহে এটা ঘঁৰিয়াল তুলি গঁৰালত ভৰাই অন্য নগৰলৈ নিবলৈ উপাই কৰিলে, কিন্তু একেৰিমান গলত ঘঁৰিয়ালে অকস্মিতে খৰ মৰাই সেই বৰ সকত গঁৰাল একে বেলিএ ভাঙ্গি পেলাই জাহাজৰ এক দাঁতিলৈ বগাই গৈ অলপমান চাই চিতি পানিত পৰি গল। তাৰ দিঘলে ১৭ হাত আছিল।

## কলিকত্তা আদি বঙ্গাল দেশত চলোআ বঙ্গালি ভাষাৰ সমাচাৰ পত্ৰবিলাকৰ নাম ।

**Periodical Publications in Bengali.**

### দিনে পতি ছাপা কৰা পত্ৰ ।

| নাম | ঠাই | বছৰেকত দৰ |
|---|---|---|
| ১। প্ৰভাকৰ | সিমলা | ১২৲ |
| ২। পুৰ্নচন্দ্ৰোদই | আম্ৰাতলা | ১২৲ |

### সপ্তাহত তিনি বেলি ছাপা ।

| নাম | ঠাই | বছৰেকত দৰ |
|---|---|---|
| ১। ভাস্কৰ | সোভা বাজাৰ | ১২৲ |
| ২। ৰসসাগৰ | চোৰিবাগান | ৬৲ |

### সপ্তাহত দুইবাৰ ছাপা ।

| নাম | ঠাই | বছৰেকত দৰ |
|---|---|---|
| ১। চন্দ্ৰিকা | আৰপুলি | ১২৲ |
| ২। ৰসৰাজ | সোভা বাজাৰ | ৬৲ |
| ৩। সজ্জনৰঞ্জন | সিমলা | ৩৲ |
| ৪। গ্যানপ্ৰদানি | বৰ্ধমান | ৩৲ |

### সপ্তাহত এবেলি ছাপা ।

| নাম | ঠাই | বছৰেকত দৰ |
|---|---|---|
| ১। সাধুৰঞ্জন | সিমলা | ৩৲ |
| ২। সুধাংসু | কলিকত্তা | |
| ৩। গবৰ্নমেণ্ট গেজেট | স্ৰিৰামপুৰ | ১২৲ |
| ৪। সত্য প্ৰদিপ | স্ৰিৰামপুৰ | ৬৲ |
| ৫। সংবাদ বৰ্ধমান | বৰ্ধমান | ৬৲ |
| ৬। চন্দ্ৰোদই | বৰ্ধমান | ৬৲ |
| ৭। বাৰ্ত্তাবহ | ৰঙ্গপুৰ | ৬৲ |

### মাহত দুবেলি ছাপা ।

| নাম | ঠাই | বছৰেকত দৰ |
|---|---|---|
| ১। নিত্য ধৰ্মানুৰঞ্জিকা | পাতৰিয়া ঘাট | ৩৲ |

### মাহে মাহে ছাপা ।

| নাম | ঠাই | বছৰেকত দৰ |
|---|---|---|
| ১। তত্ত্ববোধিনি পত্ৰিকা | জোৰাসাঙ্ক | ১২৲ |
| ২। কৌস্তুভকিৰন | সোভা বাজাৰ | ১২৲ |
| ৩। উপদেসক | চেৰ্কুলৰ ৰোদ | ১॥ |
| ৪। সত্যাৰ্নব | মিৰ্জাপুৰ | ১৵ |
| ৫। সৰ্বসুভকাৰি | বৌ বাজাৰ | ৩৲ |



## লৰাৰ নিমিত্তে সাঁথৰ দিয়া ।

**Riddles.**

১। সাঁথৰ দিও বুজ,
গাতে আছে কুঁজ ।

২। আমাৰ ঘৰতে বুৰি বাই এটি আছে,
নিতৌ টকলিয়াই ।
ইয়াৰ অৰ্থ কি?

৩। পেট আছে, পেটু নাই,
মুখ আছে, জিবা নাই ।
ইয়াৰ অৰ্থ কি?

৪। আমাৰ ঘৰতে বুৰি বাই এটি আছে,
জাঁওতে এগোৰ, আহোঁতে এগোৰ ।

৫। আমাৰ ঘৰতে বুৰি বাই এটি আছে,
তাইৰ এহেজাৰ চকু ।

৬। আমাৰ ঘৰতে বুৰি বাই এটি আছে,
নিতৌ টৌটৌবাই ।

৭। ধনেকতে দেখা,
লুটি তল জাই কটপ ।

৮। কচু পাতৰ টুপলি,
পানি পালে মুকলি ।

৯। এক ধৰিবলৈ নাই ঠেৰ,

১০। বাসালি কাই, কনিটৌ পাৰিছে,
পানিত তল নে জাই ।

১১। এই খিনিতে মাৰিলোঁ টিপা,
গৰগাঁও পালেগৈ লিপা ।

১২। মত নি সিঁচিলে, বোজাও নাই,
তাত নাই থাকোঁ, মৰা পাই ।

### এইবিলাকৰ অৰ্থ ।

১, ধুঁতৰি । ২, থাৰলি সঁতা । ৩, কলহ । ৪, দুআৰ তলি । ৫, চালনি । ৬, ধোঁআ ধোআ । ৭, তাঁত থন । ৮, জাল । ৯, হাহ কনি । ১০, তেল টোপা । ১১, ভুঁই কঁপ । ১২, খুৰ ।

## ৰঙ্গপুৰত খানি উলিওআ ৰুপ ।

Old Coins dug up at Rongpur.

এই ৰুপাৰ দাঁতিত কেতবিলাক আখৰ খই গল, সেই কাৰনে ভালকৈ পৰ্হিব নোআৰে; আম্দাজেৰে এই দৰে পৰ্হিব পাৰে: আকবাৰ আলা জেল জেলালে, অৰ্থাত পৰম ইশ্বৰৰ দিপ্তিতে দিপ্তিমন্ত । আৰু সি ফালে,



Ahmedabad Rupee, supposed to have been struck in the 43d year of the Emperor Akbar, A. D 1596.

মুহৰ বা সহৰ গুজৰাট ৪৩ আহ্মদাবাদ, অৰ্থাত গুজৰাট দেসৰ আহমদাবাদ নগৰত আকবাৰ বাদস্যাৰ ভোগৰ ৪৩ বচৰত মোহৰ মৰা ৰুপ ।



Silver Coin with unknown Characters.

এই ৰুপৰ আখৰ পৰ্হিব পৰা পণ্ডিত নে পালোঁ ।

এই আৰ্কট ৰুপৰো কোনো আখৰ নাই কিয়া হৈছে । এই দৰে পৰ্হোঁ; চিকা মুবাৰক বাদস্যাহ গাজি মহমদ স্যাহ, অৰ্থাত মহা



Arkot Rupee — Recent.

ৰজা মহমদ স্যাহ, তেঁওৰ সুমঙ্গল ৰুপ চিকা । আৰু সি ফালে, জৰ্বে আৰ্কট সনে ৩ জলুচ মইমনত মামুচ বা মামুস, অৰ্থাত সুভাগ্য ভোগ কৰা ৩ বচৰত আৰ্কট নগৰত মোহৰ মৰা ৰুপ ।



Supposed Coin of Gheias Uddin, in Arabic Characters.

এই ৰুপ টকাৰ আৰবি আখৰ ভালকৈ পৰ্হিব পৰা নাই; খিয়াচ উদিন নামে ত্রি মচলমান ৰজা ১৪৬৯ ইং সঁকৰ পৰা ১৫০১ সঁকলৈকে মালৱা দেসত ৰাজ ভোগ কৰিলে, তাৰ ৰুপ হোআ জেন বুজি ।

## জুন, অথাত আহাৰৰ পঞ্জিকা ।

Almanac for June, 1851.

| জুন | জেষ্ঠ | বাৰ | তিথি | দিনমান | জুন | আহাৰ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ১ | ২ | ১৩।৩৬ | ১৬ | ৩ | ২ | ১৮ | ১৩ ৪১ |
| ২ | ২০ | ২ | ৩ | ১৩।৩৭ | ১৭ | ৪ | ৩ | ১৯ | ১৩।৪১ |
| ৩ | ২১ | ৩ | ৪ | ১৩।৩৭ | ১৮ | ৫ | ৪ | ২০ | ১৩।৪১ |
| ৪ | ২২ | ৪ | ৫ | ১৩।৩৮ | ১৯ | ৬ | ৫ | ২১ | ১৩।৪২ |
| ৫ | ২৩ | ৫ | ৬ | ১৩।৩৮ | ২০ | ৭ | ৬ | ২১ | ১৩।৪২ |
| ৬ | ২৪ | ৬ | ৭ | ১৩।৩৮ | ২১ | ৮ | ৭ | ২২ | ১৩।৪২ |
| ৭ | ২৫ | ৭ | ৮ | ১৩ ৩৯ | | | | | |
| | | | | | ২২ | ৯ | ১ | ২৩ | ১৩।৪২ |
| ৮ | ২৬ | ১ | ৯ | ১৩।৩৯ | ২৩ | ১০ | ২ | ২৪ | ১৩।৪২ |
| ৯ | ২৭ | ২ | ১০ | ১৩।৩৯ | ২৪ | ১১ | ৩ | ২৫ | ১৩।৪১ |
| ১০ | ২৮ | ৩ | ১২ | ১৩।৪০ | ২৫ | ১২ | ৪ | ২৬ | ১৩।৪১ |
| ১১ | ২৯ | ৪ | ১৩ | ১৩।৪০ | ২৬ | ১৩ | ৫ | ২৭ | ১৩ ৪১ |
| ১২ | ৩০ | ৫ | ১৪ | ১৩।৪০ | ২৭ | ১৪ | ৬ | ২৮ | ১৩।৪১ |
| ১৩ | ৩১ | ৬ | ১৫ | ১৩ ৪০ | ২৮ | ১৫ | ৭ | ২৯ | ১৩।৪১ |
| ১৪ | ১ | ৭ | ১৬ | ১৩।৪১ | | | | | |
| | | | | | ২৯ | ১৬ | ১ | ৩০ | ১৩।৪১ |
| ১৫ | ২ | ১ | ১৭ | ১৩।৪১ | ৩০ | ১৭ | ২ | ১ | ১৩।৪০ |

পুৰ্নিমা ১৪ দিনৰ ১।২ পুঅ । আমাবাস্যা ২৯ দিনৰ ২।৪৩ পুআ ।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই

৬ বচৰ। মোং সিৱসাগৰ, জুন, ১৮৫১। নম্বৰ ৬।

VOL. VI. SIBSAGOR, ASAM, JUNE, 1851. NO. 6.

## চুৰিয়া আৰু য়িহুদা দেসৰ বিবৰন।

Syria and Palestine.

চুৰিয়া আৰু য়িহুদা দেস অনেক বচৰৰ পৰা তুৰুকৰ তল হৈছিল, কিন্তু এতিয়া মিচৰ দেসৰ বাদস্যা তাৰ গৰাকি হল। সেই দেসত অনেক অনেক ডাঙ্গৰ কথা হৈ গল। আগৰ কালত তাৰ নগৰ চোৰ, চিদোন, দামেচক, আন্তিয়খিয়া, এইবিলাক অতি প্ৰখ্যাত হোআ নগৰ আছিল। তাৰ দখিন পচিম চুকে য়িহুদা দেসত ইস্ৰাএল লোকে আগৰ দেও পূজকবিলাকক খেদাই তাতে নিবাস কৰিলে। সেই য়িহুদা দেসত খ্ৰিষ্ট অৱতাৰ হৈছিল, আৰু তাতে য়িৰুচালম নামে প্ৰধান মহা ৰাজ নগৰ আছিল। য়িহুদিবিলাকে খ্ৰিষ্টক মৰাৰ কাৰনে ইশ্বৰৰ সাও পাই, লোকৰ তল আৰু খেদোআ হৈ গোটেই ধন প্ৰিথিবিত বেহা বেপাৰ কৰিব'ল গোট গোট হল, আৰু সিইঁতৰ দেস মচলমানে খোআ হৈছে।

চুৰিয়া দেসৰ দিঘে ৪৪০ মাইল, বহলে ১৫০ মাইল; বৰ্গমাইল ৫০,০০০; প্ৰজাৰ সংখ্যা ২০,০০,০০০। পৰ্বতো দুই তিনিসাৰি আছে; লিবানোৰ পৰ্ব-



য়িৰুচালম নগৰৰ নকচা।

তত কেত ধনি আৰব জাতি লোক থাকে। সিইঁত প্ৰায়ে মচলমান হৈছে; মাৰনি নামে এজাত খ্ৰিষ্টিয়ানো আছে। ভয়ামত থকা মানুহ আৰব, তুৰুক আৰু গ্ৰিক, অধিক ভাগে আৰবি কথা কই।

চুৰিয়া দেসৰ মাটিবোৰ ভাল, সাৰুআ; জতে পানি আছে, তাতে বহু সস্য হই। ধান, ঘেঁহু, গোম ধান, কপাহ, কুঁহিয়াৰ, ধঁপাত, নিল আদি উতপন হই; লতা পনিয়ালৰ খেতি চিকন, আৰু বহু ৰস ওলাই।

চুৰিয়া দেসৰ দামেচক নগৰেই প্ৰধান; তাৰ নিবাসি ১,৪০,০০০; তাত অনেক বেহা বেপাৰ কৰে; আগৈএ বৰ সকত তৰোআল সাজে, এতিয়া মুগা আৰু কপাহি কাপৰ সুন্দৰকৈ বই। তাৰ ঘৰবিলাক ইটাৰ পকি, ডাঙ্গৰ আৰু উত্তম; কিন্তু আলিবোৰ ঠেক। সেই নগৰ অতি পুৰনি, আব্ৰাহামৰ দিনৰে পৰা আছে। তাৰ ৪০ মাইলৰ উত্তৰ পোনে আগৰ কালতে বেল্‌বক অৰ্থাত সূৰ্জৰ নগৰ আছিল। সিও বৰ নগৰ; এতিয়া ভগা ছিগা সিল মাথোন থাকে, কেতবিলাক

...চৰ বৰ শিলৰ খুঁটা ৪০ হাত দিঘল, দেখিলে তাক মানুহৰ কৰম জেন হয় বুজে।

আৰু দামেচকৰ পুব ফালে ১৩০ মাইলৰ আঁতৰত, পাল্‌মিৰা বা তাদমোৰ নামে চিলোমোন বনাই সজা মহা নগৰ আচিল; এতিয়া ভাগি নিৰ্জ্জন হল। তাৰো বৰ বৰ ভাঙ্গৰ সিল পৰি আচে।

আলেপো নামে চুৰিয়াৰ এখন সুন্দৰ নগৰ আচিল, কিন্তু ১৮২২ সকত বৰ ভুঁইকঁপৰ দোআৰাই ঘৰ পৰি পৰি গোটেই খন নগৰ নষ্ট হল। সেই ভুঁইকঁপে ২০,০০০ মানুহক মাৰিলে; পাচে ঘৰ আৰু খোআ বস্তু নাই কিয়াত অৱসেস থকাবো এইমান মৰিল।

সেই দেসত দিঘল কনিয়া এবিধ চাগ আচে, তাৰ কান এহাত মান দিঘল, ডিঙ্গিত ওলমি পৰি থাকে; মাটিত লাগিলে কোনো লোকে চুটিকৈ অলপ কাটি দিএ। তাৰ নকচা এই।



The Syrian long eared Goat.

চুৰিয়া দেসৰ ভিতৰত য়িহুদা প্ৰদেস আচে। তাৰ আদি বাসি অতি দুষ্ট হোআৰ কাৰনে ইশ্বৰে আপোনাৰ সেৱক আব্ৰাহামৰ বংসহবিলাকক সেই দেস দি আদিবাসিক বন কৰি খেদাবলৈ দিলে। তেতিয়া সেই দেসৰ কিনান নাম আচিল, এতিয়া তাক পালিস্তান বোলে। য়িহোচুআৰ দোআৰাই ইস্ৰাএলৰ বাৰে ফৈদৰ মাজত সেই দেস বাৰে ভোখৰকৈ বাঁটি দিলে।

পালিস্তান দেস খল্‌পা বমা, পৰ্ব্বত ভৈয়ামেৰে যুক্ত আৰু মানুহেৰে পুৰ হৈ অতি সুন্দৰ আচিল। পৰ্ব্বতবিলাকৰ মাজত লিবানোন নামেৰে জি সাৰি, সি ডাঙ্গৰ; তাত এৰজ নামে এবিধ সুকাঠি সকত গচ আচে। তাত বাজে মোচাই জি পৰ্ব্বতৰ পৰা কিনান দেস দেখিলে, সেই পিচ্‌গা পৰ্ব্বত, আৰু তাবোৰ, কাৰ্ম্মেল, হৰ্ম্মোন, গিলিয়াদ, বাসান, এই সকলোবোৰ পৰ্ব্বত আচে।

সেই দেসত য়ৰ্দ্দান প্ৰধান নদি উত্তৰ ফালৰ হৰ্ম্মোন পৰ্ব্বতৰ পৰা আহি, তিবেৰিয়া সৰোবৰত পৰি, তাৰ পৰা দখিনলৈ গৈ মৰা সাগৰত পৰি তাতে লই গৈচে। আগৰ কালত সেই ঠাইত চিদোম আমোৰা আদি পাঁচ খন ডাঙ্গৰ নগৰ আচিল; কিন্তু তাত থকা মানুহ বেস্যা আৰু অতি দুষ্ট হোআত ইশ্বৰে জুয়েৰে সেই নগৰ পুৰি পেলালে, আৰু তাৰ মাটি তল গৈ পানিএৰে আপ্লাবিত হল। সেই পানি বৰ লোনা আৰু তিতাও, তাত মাচ আদি কোনো জন্তু নে থাকে; ওপৰে কেতিয়াবা হাঁহবোৰ চৰে। পানি গধুৰ; তাত সাঁতুৰিবলৈ সুলভ, মানুহ বৰকৈ ওপঙ্গে। তিবেৰিয়া সাগৰৰ পৰা মৰা সাগৰলৈ পোন বাটে দি গলে ৬০ মাইলৰ বাট হই; নৈএ দি গলে, ২০০ মাইল; য়ৰ্দ্দানৰ ইমান বেঁকা পাক হৈচে। তিবেৰিয়া সাগৰতকৈ মৰা সাগৰ ৭৭৭ হাত চাপৰ। আৰু বৰ দ; উত্তৰ ভাগত ৭৫২ হাত দ, তাৰ তল মাটি প্ৰাই সমান হই। কিন্তু দখিন ভাগে জতে চিদোম আমোৰা আচিল, তাৰ দ বাৰে হাত মাথোন। সেই সৰোবৰৰ ওচৰত গচ আদি একো নাই, কেৱল দমে দমে লোন মাথোন আচে।

য়িৰুচালাম নগৰ পৰ্ব্বতিয়া ঠাইত পতা হৈচে। তাত ইশ্বৰৰ বৰ উত্তম মন্দিৰ চিলোমোন বনাই কৰিলে। সেই মন্দিৰৰ ভেঁটিত মচলমানে ওমৰৰ মচিদ সাজিচে; ওপৰে ঘুৰনিয়া দলৰ মনিৰ নিচিনা নকচাত দেখা জাই। প্ৰভু য়িচু খ্ৰিষ্টক মৰাৰ ৪৭

বচৰৰ পাচত ৰুমিয়া লোকে সেই নগাৰ ধন নষ্ট কৰিলে। তাৰ পৰা অনেক বাৰে অনেক অনেক ৰজাই সেই কোঁঠত জুধ কৰি ১৭। ১৮ বেলি নগৰ কাৰ্হি ললত সেসতে মচলমানৰ হাত্ত পৰিল। সেই নগৰ আৰু দেসৰ পৰা মচলমানক খেদাবলৈ ইউৰপৰ ৰজাবিল্লাকে বিস্তৰ বন কৰিলে, তেও লব নোআৰিলে। এতিয়া তাত ১২, ২০ হেজাৰ মান মানুহ আচে।

য়িৰুচালমৰ পৰা ৬ মাইলৰ দখিনে বৈত-লেহেম নগৰ আচে, তাৰ ৩০০০ নিবাসি মাথোন। নাচৰেতৰো সেইমান মানুহ, সেই নগৰ য়িৰুচালমৰ পৰা ৭৫ মাইলৰ উত্তৰ। গাত্রা, য়াফো, আকৰ, সেইবিলাক নগৰ ভুমাজৰ সমুদ্রৰ তিৰত আচে।

য়িৰুচালমৰ দখিনে ২০ মাইলৰ আঁতৰত হিব্রোন নামে দাবিদ ৰজাৰ প্রথম ৰাজ নগৰ আচে; আৰবি ডকাইত কেতবিলাক তাতে থাকে; সৰহ মানুহ নাই। তাৰ ওচৰত চিলোমোনে খনা তিনটা পুখুৰি এতি-য়াও আচে।

---

কলি জুগত ভোগ কৰা ৰজাবিলাকৰ নাম।

List of the early Kings of Hindustan

হিন্দুস্থানৰ ভিতৰত জিবিলাক ৰজাই ভোগ কৰিলে, সিবিলাকৰ নাম আৰু ভোগৰ সংখ্যা শ্রিজুত দুর্গা প্রসাদ দত্ত দাৰোগাই পুৰানৰ পৰা লিখি চাপিবৰ নি-মিত্তে আমাক দিচে।

| | ৰজাবিলাকৰ নাম | বচৰ | মাহ | দিন |
|---|---|---|---|---|
| ১ | জুধিষ্ঠিৰ | ৩৩ | ৯ | ২০ |
| ২ | পৰিখিত | ৪০ | ১ | ২২ |
| ৩ | জন্মিজই | ৮২ | ৫ | ২৭ |
| ৪ | অশ্বমেধ | ৮০ | ৪ | ২৪ |
| ৫ | উত্তম | ৮১ | ৪ | ২৪ |
| ৬ | মইজলিপ | ৭৯ | ৭ | ১৩ |
| ৭ | চিত্র সেন | ৭৫ | ৫ | ৫ |
| ৮ | দগু পাল | ৬১ | ২ | ১২ |
| ৯ | উগ্র সেন | ৭২ | '৬ | ১৪ |
| ১০ | ভুপতি | ৫৪ | ৪ | ৪ |
| ১১ | ৰখিত | ৫০ | ৪ | ৬ |
| ১২ | ৰহুদ পাল | ৫১ | ৩ | ৪ |
| ১৩ | সুকমন | ৪৬ | ০ | ৫ |
| ১৪ | নৰহৰ দেৱ | ৫২ | ২ | ২ |
| ১৫ | সুজিত প্রভু | ৫৪ | ৫ | ৫ |
| ১৬ | সুৰ সেন | ৪৫ | ০ | ২ |
| ১৭ | ভুসন | ৫৪ | ৪ | ৮ |
| ১৮ | নৰপতি | ৪০ | ৭ | ৫ |
| ১৯ | আসামি | ৪০ | ৩ | ২ |
| ২০ | তেৰমন | ৩৮ | ৫ | ২৮ |
| ২১ | ভিস্বন | ৩৭ | ১ | ২৫ |
| ২২ | নৰহৰ দত্ত | ৩৬ | ৪ | ২১ |
| ২৩ | দগুবান | ৩৩ | ২ | ১১ |
| ২৪ | ৰবহংস | ৩২ | ৩ | ১৫ |
| ২৫ | কপ | ৩০ | ৬ | ১৮ |
| ২৬ | অম্বৰন | ২৯ | ২ | ১৩ |
| ২৭ | দৈত্যপাল | ২৮ | ০ | ২১ |
| ২৮ | ভিম | ২৬ | ৮ | ৯ |
| ২৯ | লখমন | ২৪ | ২ | ১৬ |
| | মোট | ১৪১২ | ০ | ২১ |

নন্দ বংসৰ ৰজা।

| | | | | |
|---|---|---|---|---|
| ১ | নন্দ | ৭৩ | ৫ | ১৫ |
| ২ | দম্বপাল | ৫৮ | ৪ | ৯ |
| ৩ | লহু সেন | ৫৮ | ৫ | ১৫ |
| ৪ | বিৰ বাহু | ৪৪ | ৭ | ১১ |
| ৫ | ভিম সেন | ৫৯ | ৯ | ১৩ |
| ৬ | সুৰ পতি | ৪৬ | ৬ | ১[illegible] |
| ৭ | অৰ্জুন সেন | ৩৯ | ৮ | ১[illegible] |
| ৮ | শ্রীপতি | ৩৫ | ৪ | ১[illegible] |
| ৯ | হৰদেৱ | ৪৭ | ৩ | ২১ |
| ১০ | পিথুমন | ৩৬ | ৪ | ২১ |
| | মোট | ৪৯৯ | ১১ | ২৭ |

গৌতম ৰজাৰ বংস।

| | | | | |
|---|---|---|---|---|
| ১ | গৌতম | ২৯ | ৬ | ১১ |
| ২ | বিৰবাহু | ২৮ | ১ | ১৪ |
| ৩ | নাৰায়ন | ২৬ | ৯ | ২৩ |
| ৪ | হয়াত সিংহ | ২১ | ৮ | ১৭ |
| ৫ | ধনপতি সিংহ | ৩১ | ৫ | ১৪ |
| ৬ | সভাচন্দ | ৩০ | ৭ | ১৭ |
| ৭ | সুৰ সেন | ২৫ | ৮ | ১ |

| | | | | |
|---|---|---|---|---|
| | চিত্র সেন | ১১ | ৩ | ৭ |
| ৯ | উচ কান | ১৪ | ২ | ১৩ |
| ১০ | জস মতি | ১৫ | ৪ | ০ |
| ১১ | বলবাহু | ২৬ | ৫ | ৬ |
| ১২ | কামপাল | ৩৮ | ১ | ৭ |
| ১৩ | ভূবন সিংহ | ১৫ | ৩ | ৯ |
| ১৪ | জিৱন সিংহ | ২১ | ২ | ২২ |
| ১৫ | হৰি কুলা | ৩৩ | ৩ | ১০ |
| ১৬ | সুৰগাত | ১১ | ২ | ০ |
| ১৭ | ফাদভত সিংহ | ২০ | ০ | ৯ |
| | মোট | ৪০০ | ৩ | ০ |

ময়ূৰ বংশি ৰজা ।

| | | | | |
|---|---|---|---|---|
| ১ | ময়ূৰ সেন | ৪১ | ৬ | ৭ |
| ২ | ধিৰহৰ সিংহ | ৩৮ | ৬ | ১ |
| ৩ | বলূন সিংহ | ৪৩ | ১১ | ১১ |
| ৪ | সুৰ সেন সিংহ | ৩৫ | ৪ | ৭ |
| ৫ | মহাধ্বজ সিংহ | ২৮ | ৫ | ১ |
| ৬ | হৰিনাথ সিংহ | ২৯ | ৩ | ২১ |
| ৭ | জিৱন সিংহ | ৩৮ | ৭ | ১০ |
| ৮ | উদই সিংহ | ৩৭ | ২ | ২ |
| ৯ | ইন্দ্ৰজই | ৪৪ | ১ | ০ |
| ১০ | সালু | ২২ | ১ | ০ |
| | মোট | ৩৬০ | ০ | ০ |

সোমপাল ৰজাৰ বংস ।

| | | | | |
|---|---|---|---|---|
| ১ | সোমপাল | ৪৪ | ১১ | ১৩ |
| ২ | সমপাদ পাল | ৩৩ | ৭ | ২১ |
| ৩ | চন্দ্ৰপাল | ২৯ | ৯ | ১৩ |
| ৪ | সিন্ধু পাল | ৩১ | ১০ | ১১ |
| ৫ | মহন পাল | ৩১ | ৮ | ১৭ |
| ৬ | নৰসিংহ পাল | ২৫ | ৯ | ১৩ |
| ৭ | সদৰ পাল | ৩৮ | ৬ | ১৪ |
| ৮ | ৰাম পাল | ২৭ | ৫ | ১৪ |
| ৯ | ধৰিম পাল | ৩৮ | ৭ | ১৪ |
| ১০ | অম্রিত পাল | ২২ | ৯ | ১৫ |
| ১১ | মন্ত্ৰ পাল | ৩১ | ৪ | ১৩ |
| ১২ | ব্রিহত চন্দ্ৰপাল | ১৯ | ৪ | ১৬ |
| ১৩ | মোহ পাল | ১৮ | ১১ | ১১ |
| ১৪ | ভিম পাল | ২২ | ১০ | ১১ |
| ১৫ | ধৰ্ম্ম পাল | ২৭ | ১ | ১৮ |
| ১৬ | বিক্ৰম পাল | ২৫ | ৬ | ৯ |
| ১৭ | কৰ্ম্ম পাল | ২৮ | ৩ | ১৮ |
| | মোট | ৫০৬ | ৮ | |

সকাব্দা সকৰ ১ সকে ।

| | | | | |
|---|---|---|---|---|
| ১ | সকাদিত্য | ১৪ | ০ | ০ |
| ২ | বিক্ৰমাদিত্য | ৫২ | ০ | ০ |
| ৩ | ভোজদেৱ | ৫২ | ০ | ০ |
| ৪ | মলুক চন্দ | ৫ | ৪ | ২০ |
| ৫ | বিক্ৰম চন্দ | ৩২ | ৩ | ১৯ |
| ৬ | কমনি চান্দ | ৫ | ৩ | ২২ |
| ৭ | ৰামচান্দ | ১৮ | ১১ | ২ |
| ৮ | ইন্দ্ৰচান্দ | ১৯ | ৯ | ২ |
| ৯ | কৈল্যান চান্দ | ১২ | ৮ | ৫ |
| ১০ | ভিম চান্দ | ১৯ | ৭ | ১১ |
| ১১ | নন্দ সেন | ১৮ | ৬ | ২১ |
| ১২ | গোবিন্দ চন্দ্ৰ | ১৬ | ১০ | ১১ |
| ১৩ | মোহন মতি | ১ | ৩ | ৭ |
| | মোট | ২৬৩ | ৮ | ০ |

আৰু পুথিত এই ৰূপে লিখিচে । কলেৰাদৌ ভবেত্ ৰাজা ধৰ্মপুত্ৰো জুধিষ্ঠিৰঃ চতুৰ্দশ সতং বৰ্ষং ভুক্তং দ্বাদস বৰ্ত্তৰং । ১৪১২। নন্দ পঞ্চ সতং জ্ৰেয়ং । ৫০০। গৌতমশ্চ চতুঃ সতং । ৪০০ । ময়ূৰশ্চকৰেত্ ৰাজ্যং সষ্ঠ্যাধিক সত ত্ৰয়ং। ৩৬০। সপ্তাধিক সতং পঞ্চ। ৫০৭। সোম ৰাজা মকাৰয়েত্।

ইয়াকে গোটালে ৩১৭৯ হই; তাৰ পৰা ৰাজ সঁক ১৭৭৩; মুঠে হিন্দু মতে কলি জুগৰ ৪৯৫২ বচৰ গৈচে ।

কিন্তু আন পণ্ডিত জোতিসিয়াই জুধিষ্ঠিৰৰ পৰা এইমান বচৰ নি লিখে; বেত্তুলি চাহাব নামে সাস্ত্ৰত পাৰ্গত এজন ৰব পণ্ডিতে গননা কৰাৰ দ্বৰে জুধিষ্ঠিৰ ৰজা হবৰে পৰা এতিয়া ২৪২৬ বচৰ মাথোন হৈচে; আৰু ৰাম চন্দ্ৰৰ পৰা ২৮১২ বচৰ হৈচে; আৰু খ্ৰীক্ৰিস্টৰ জনম পত্ৰৰ দোআৰাই গননা কৰি তেঁওৰ জনম ইং সঁকৰ ৬০০ বচৰৰ ৭ আগত তাৰিখত হোআ বুজিলে ।

## খ্রিষ্টৰ কথাত তোমোলোকৰ মনে কি ধৰে?

Sermon II.—What think ye of Christ?

মাথি লিখা ২২ আধ্যা, ৪২ পদ ।

এতিয়া প্রাই অঠেৰে স বচৰ হৈ গল, সেই দিনৰে পৰা এতিয়ালৈকে প্রভু য়িচু খ্রিষ্টে কৰা সকলো দুখ ভোগৰ বিবৰন বহু মানুহৰ কানত দিনে ৰাতিএ কির্ত্তন কৰা গল; কিন্তু হাই হাই, কিমান তাকৰ মানুহ এহে সেই কথাৰ বিসেস সাৰ বুজি প্রভু য়িচুত বিশ্বাস কৰি পৰিত্রান পাইচে ।

জেতিয়া প্রভুৰ সিস্যবিলাকে সাস্ত্রত আদেস কৰাৰ দোআৰাই তেঁওৰ কথা সকলো জাতি লোকৰ আগত কির্ত্তন কৰি সুনাই, তেতিয়া অনেকে বোলে, য়িচু খ্রিষ্টৰ ধৰম সৰলৈ আমাৰ কি কার্জ আচে? সেই ধৰমৰ দোআৰাই আমাৰ জদি কোনো উপকাৰো হই, তেও তাক গ্রাজ্য কৰিবলৈ আমাৰ কার্জ নাই । আৰু আন আন লোকে বোলে, য়িচু খ্রিষ্টে জি প্রাচিত কৰিলে, তাৰে আমাৰ কি পৰিত্রান হব পাৰে? আপোন আপোন পাপৰ প্রাচিত আমি আপুনি জানো কৰিব নোআৰো? এই বুলি সকলোএ একে বাৰে অহঙ্কাৰ কৰি কই; কিন্তু তাৰ বিসেস কথা কি, তাক কোনোএ নে চাই । তাতে জি জনৰ কথা ওপৰে লিখা হৈচে, তেঁৰেই জি কথা সংসাৰৰ আর্থে কলে, বোলে, জি দুআৰে আৰু বাটে দি সর্বনাসলৈ জাই, সেই দুআৰ বহল, বাটো চিকন, আৰু অনেকে সেই পোনে সোমাই । কিন্তু জি দুআৰে আৰু বাটে দি পৰম আয়ুসলৈ জাই, সেই দুআৰ কেনে দুর্গম, বাটো কেনে টেক, আৰু তাক পোআ মানুহ তাকৰ! সেই বচনেই এতিয়াৰ কালৰ মানুহত ৰকপেই ঘটি আচে । তথাপি জিবিলাকৰ মনে ওপৰে লিখা জনৰ কথাত বিবেচনা কৰে, সেইবিলাকে তিনটা প্রধান প্রমানেৰে এই কথাৰ অর্থ বুজিব পাৰে ।

প্রথম প্রমান । খ্রিষ্ট নো কোন?

দুতিয় প্রমান । তেঁওৰ কথাত আমাৰ মনে ধৰিবলৈ তেঁও আমাৰ নিমিত্তে কি কৰম কৰিচিলে?

ত্রিতিয় প্রমান । তেঁওৰ কথাত বিবেচনা কৰিলে, তাতে আমাৰ কি লাভ আচে?

প্রথমে খ্রিষ্ট নো কোন? সৃষ্টিৰ দিনৰে পৰা তেঁওৰ কথাত অনেকে বিবেচনা কৰি তেঁওকে জিৱনৰ বন্ধু বুলি জানিলে. কিন্তু তেঁওক অৱহেলা কৰা জিবিলাক, সেইবিলাকে বিবেচনা কৰি কই, তেঁও বাইবেৰ পুস্তক ন হই নে? তথাপি মর্ত্ত্য লোকৰ দৰে তেঁও মনুহ নো হোআ নিৰাকাৰ জনে তেঁওলৈ এই কথা কলে, তুমি মোৰ পুত্র, আজি মই তোমাক জনমালো; আৰু বাৰ কলে, হে ইশ্বৰ, তোমাৰ সিংহাসন চিৰকাল সর্বদাই থাকে, তোমাৰ ৰাজ দণ্ডেই পৰমার্থিক দণ্ড. তুমি পুন্যকে প্রিতি কৰি, পাপক ঘিন কৰিচা; হে প্রভু, তুমি আদিতে প্রিথিবিৰ মুল থাপন কৰিলা; আকাস মণ্ডলো তোমাৰ হাতে কৰা হই; দুয়ো নষ্ট হব, কিন্তু তুমি নিত্য; সেই সকল কাপৰৰ নিচিনা পুৰনি হৈ জাব; আৰু বস্ত্রৰ দৰে তুমি নুৰিয়ালত সিবিলাকৰ ৰুপ গুচিব; কিন্তু তুমি সদাই একে ৰুপ, আৰু তোমাৰ বচৰৰ কেতিয়াও খই নাই । আৰু বাৰ কৈচে, আদিতে বাক্য আচিল, আৰু সেই বাক্যেই আপুনি ইশ্বৰ । তেঁৰেই সকলোকে সৃজিলে, আৰু আটাই সৃজা বস্তুৰ মাজত তেঁও ন সৃজা কোনো বস্তু নাই । জিৱন তেঁওতহে, সেই জিৱনেই মানুহৰ পহৰ ।

হে পঢ়া আৰু সুনা লোক সকল, তোমোলোকে জদি বুজি চোআ, তেন্তে এই সাস্ত্রিয় বচনৰ দোআৰাই ওপৰে লিখা জন নো কোন হই, তাক ভাল মতে জানিব পাৰিবা । দেখা, সাস্ত্রৰ মাজত এই সকল বচন মানুহৰ নিমিত্তে বিদিত হৈচে নে? আৰু নির্বলি নির্বুধি মানুহৰ মাজত কোনো লোকে এই প্রিথিবি খনৰ মুল থাপন কৰিলে নে? নতুবা কোনো সংসাৰিক ৰজাৰ সিংহাসন চিৰকাল থাকে নে? ন হই, এয়ে কোনো ৰুপে হব

নোআৰে; কিন্তু জি জন সৰ্ব্বসক্তিমান, আৰু অবিনাসি পৰম ইশ্বৰ, তেঁওৰ বিসয়েহে এই কথা সাস্ত্ৰত লিখা হৈছে, ইয়াকে নৰ নামে খিয়াতি হোআ সকলোএ নিচই ৰূপে জানিব পাৰে, ইয়াত একো সংসই নাই। তেন্তে আৰু খ্ৰিষ্ট বোলে, তেঁওৰ নিমিত্তে এই ৰূপ বচন সাস্ত্ৰত লিখা হৈছে নে? আৰু তেঁৱেই জে সত্য পৰম ইশ্বৰ হয়, ইয়াক আমাৰ মনে ধৰিব নে? হয়, এই কথাৰ দোআৰাই তেঁওক জগতৰ ইশ্বৰ বুজিবলৈ আমাৰ একো সংসয়ৰ কাৰন নাই। তেঁও স্বৰূপেই সৃজন পালন সংহাৰ-কৰ্ত্তাৰ অধিকাৰি; তেঁওৰ বাহিৰে ইশ্বৰ আৰু প্ৰভু স্বৰগত বা প্ৰিথিবিত আন কোনো ঠাইতে নাই। বিসেসকৈ জি জনে জগতক ত্ৰান কৰে, এনে ইশ্বৰৰ অনাদি আৰু অনন্ত পুত্ৰ তেঁও। এই কথাতো লিখা আছে, তেঁও অদ্রিস্য ইশ্বৰৰ প্ৰতি মূৰ্ত্তি, আৰু সকলো স্রিষ্টিৰ মাজত আদি পুত্ৰ। সিংহাসন বা ৰাজ সাসন, অধিপতি বা পৰাক্ৰম, দ্রিস্য বা অদ্রিস্য হওক, স্বৰগতো প্ৰিথিবিতো থকা সকলোকে তেঁৱে সৃজিলে; তেঁওৰ দোআৰাই আৰু তেঁওৰ নিমিত্তেই সকলোকে সৃজন কৰা হৈছে। তেঁৱে সকলো বস্তুৰ আদি আৰু সকলোকে স্থিতি কৰ্ত্তা। সেই পুত্ৰ ইশ্বৰৰ মহিমাৰ প্ৰতাপ আৰু সাৰৰ মূৰ্ত্তি হৈ, আপোনাৰ সক্তিমন্ত বাক্যেৰে সকলোকে পালন কৰি আছে। এই সকল প্ৰমানৰ দোআৰাই তেঁৱেই জে সত্য অবিনাসি পৰম ইশ্বৰ, ইয়াৰ এটা স্বৰূপ আৰু আনৰ প্ৰমান কৰা হল।

তেন্তে হে পৰ্হা আৰু সুনা লোক সকল, ওপৰে জি জনৰ বিসয়ে নানা ৰূপ সাস্ত্ৰৰ দ্রিঢ প্ৰমানেৰে লিখা গল, সেই জন ইশ্বৰ ন হয় বুলি তোমোলাকে ভাবিব পাৰা নে? আৰু জদি স্বৰূপকৈ তেঁওকে ইশ্বৰ বুলি সাস্ত্ৰৰ আৰু বিবেচনাৰ প্ৰমানৰ দোআৰায়ো জনা জায়, তেন্তে এনে জনৰ কথাত আমি সকলোএ বিবেচনা কৰিবলৈ অতি আৱস্যক ন হয় নে? জদি কোনোএ বোলে, আমি নো খ্ৰিষ্টৰ কথাত কি বিবেচনা কৰিম? তেন্তে হে ভাই, তাক কওঁ সুনা; দেখা, জি জন সৰ্ব্বসক্তিমন্ত প্ৰভু, তেঁও হলে সকলো জগত ধনৰ অধিকাৰি, আৰু আমাৰো প্ৰভু আৰু ইশ্বৰ হয়; তেন্তে এনে জনক আমি ভয় কৰিব নে পাঁও নে? আৰু ভয় কম্পনেৰে তেঁওৰ সকলো আগ্যা মানিব নে পাঁও নে? জদি বোলা, আমি তেঁওক ভয় কৰোঁ, তেনে হলে ভয় জে কৰিছা, তাৰ প্ৰমান কি? জদি তুমি ইশ্বৰক ভয় কৰিছা, তেন্তে তেঁওৰ আগ্যা মানিছা নে? আৰু জদি আগ্যা মানিছা, তেন্তে সকলো পাপ কৰমৰ পৰা আঁতৰ হৈ তালৈ ঘিন কৰিছা নে? আৰু জদি পাপ কৰম এৰিছা, তেন্তে তেঁওৰ বাক্যত তোমাৰ আনন্দ হয় নে? এই সকলো জদি তোমাৰ নাই, তাতে নিচয়ে জানিবা তুমি ইশ্বৰক ভয় কৰা নাই, কিন্তু আপোন সুখৰ অভিলাসহে পুৰ কৰি এই জগতত কাল নিয়াইছা।

অনেকে বোলে, আমি ইশ্বৰৰ কথা কি ৰূপে ভাবিম? কিন্তু হে পৰ্হা আৰু সুনা লোক, তোমোলাকে ইশ্বৰৰ কথা জে চিন্তিব নোআৰা, ইয়াৰ হেতু কি? জি জনে মাত্ৰিৰ গৰ্ভত স্থিতি হোআ দিনৰ পৰা আমাৰ সকলোকে অন বস্ত্ৰ আদিৰে পালন কৰি আছে, আৰু সকলো দুখ আপদৰ মাজত আপোন অনুগ্ৰহেৰে ৰখ্যা কৰি আছে, এনে জনৰ দায়া আৰু অনুগ্ৰহক আমি চিন্তা কৰিব নে পাঁও নে? আৰু সেই আটাইৰে নিমিত্তে তেঁওৰ অনুগ্ৰহৰ উপকাৰ জানি, তেঁওৰ সেৱা কৰিবলৈ আমাৰ কেনে উচিত কৰম হয়? কিন্তু হাই হাই, মৰ্ত্ত্য লোকৰ মাজত ইশ্বৰৰ অনুগ্ৰহ আৰু দায়া বিচাৰ কৰা লোক অতি টান, সকলো মানুহে কেৱলে জগতৰ চিন্তা আৰু ধনৰ লোভ ইয়াতহে মোহ গৈ আছে। সৃজন, পালন, সংহাৰ কৰ্ত্তা প্ৰভুৰ আগ্যা মানি তেঁওৰ ইষ্ট কৰম কৰিবলৈ কাৰো ইচা নাই।

দুতিয় প্ৰমান। খ্ৰিষ্টৰ কথাত আমাৰ

মনে ধৰিবলৈ তেঁও আমাৰ নিমিত্তে কি কৰম কৰিচিলে?

তেন্তে নিবেদন কৰোঁ, সুনা কৰ্ন পাতি,
ব্ৰাহ্মন আৰু সুদ্ৰ আদি আচে জত জাতি;
জি কৰিলে য়িচু খ্ৰিষ্টে জগত তাৰন,
সুনা তাক বন্ধু, সুনা মধুৰ বচন।
প্ৰভুৰ চৰিত্ৰ সুনি মন ত্ৰিপ্ত হব,
বিস্বাস কৰিলে তাতে নিচয়ে তৰিব।
অন্ত কালে নে থাকিব আৰু পাপ ভাৰ,
ইশ্বৰৰ পুত্ৰ নামে খ্যাতি হব তাৰ।
অতি বিতোপন কথা ধৰ্ম্ম সাৰতাৰ,
জাহাৰ বিস্বাসে তৰে জগত সংসাৰ।
আৰু বাৰ বিনয় পূৰ্ব্বক কওঁ সুনা,
খ্ৰিষ্টত আস্ৰই ললে এৰাবা জাতনা।

প্ৰভু য়িচু খ্ৰিষ্টে প্ৰিথিবিত অৱতাৰ ধৰি জগত তাৰনৰ নিমিত্তে জি কৰম কৰিলে, তাৰ কথা কৈ কোনে অন্ত পেলাব পাৰে? তথাপি তেঁওৰ বিবৰন অলপিয়াকৈ কওঁ; এই কথাত জি কোনোএ মন দিএ, সেয়ে ইশ্বৰৰ অনন্ত ক্ৰোধৰ পৰা ৰখ্যা পাব পাৰে; কিয়নো জগতৰ লোকে পৰিত্ৰান পাবৰ নিমিত্তে জি কৰম আৰু জি পুন্য কোনোএ কেতিয়াও কৰিব নোআৰিলে, আৰু কৰিবলৈকো কাৰো সাধ্য নাই, এনে মহা কৰম সেই প্ৰভুএ জগতৰ পাপিষ্ট লোকলৈ সাধিলে। সেই কথাই এই; জেতিয়া আমাৰ আদি পিত্ৰি মাত্ৰিএ ইশ্বৰৰ আগ্যা ভাঙ্গি পাপিষ্ট হল, সেই কালতে ইশ্বৰে প্ৰভু য়িচু খ্ৰিষ্টক মানুহৰ পাপ নাস কৰিবৰ নিমিত্তে নিজোজন কৰি থলে। পাচে জেতিয়া তেঁওৰ কাল সম্পূৰ্ন হল, তেতিয়া ইশ্বৰে পাপি সৰিলৰ মুৰ্ত্তিৰে আপোনাৰ পুত্ৰক জগতলৈ পাঁচিলে। তাতে তেঁও জগতত অৱতাৰ ধৰি মানুহে জেনেকৈ পাপৰ পৰা নিস্তাৰ পাব, এনে কৰম প্ৰকাস কৰিলে; অৰ্থাত তেঁওৰ জিৱনৰ সকলো কালতে অতি স্ৰমে ঠায়ে ঠায়ে ফুৰি পৰিত্ৰানৰ কথা প্ৰকাস কৰিলে; আৰু ৰুগিয়াবিলাকৰ ৰোগ গুচালে, অৰ্থাত কনাক চকু, খোৰাক ভৰি, কলাক কান আৰু ম্ৰিত্যুক জিৱ দান দিলে। কিন্তু হে পাঠ্যা আৰু সুনা লোক; এই সকলো আচৰিত কৰমতকৈ তেঁও স্ৰিষ্টি ধনৰ নিমিত্তে জি কৰম কৰিচিল, সেই কৰমেই অতি অদ্ভুত। দেখা, মাকে আপোন সন্তানৰ নিমিত্তে প্ৰান দিয়া কত সুনিচা? আৰু ৰজাই দুৰাচাৰ প্ৰজাৰ নিমিত্তে বা প্ৰান দিয়া সুনিচা কত? কিন্তু হে মৰ্ত্ত্যৰ পাপি লোক সকল, তোমোলাকৰ নিমিত্তে জগতৰ ইশ্বৰে প্ৰান দিলে, তোমোলাকৰ নিমিত্তেই তেঁওৰ সৰিলত অতি জাতনা পাই বলি ৰুপে আপোন প্ৰানক পেৰেক কাঠৰ ওপৰত ভগন কৰিলে। আৰু তোমোলাকৰ পাপৰ দণ্ড গুচিবৰ হেতুকে তেঁও আপোন পৱিত্ৰ তেজেৰে তোমোলাকৰ আৰু আমাৰো মহা প্ৰাচিত কৰিলে। জদি বোলা হেনে, ইশ্বৰে আমাৰ নিমিত্তে নো প্ৰান ভগন কৰিবলৈ কি কাৰন আচিল? তেন্তে কওঁ সুনা, স্ৰিষ্টি সুজনৰে পৰা আমাৰ সকলো পুৰুসবিলাকে ইশ্বৰৰ আগ্যা ভাঙ্গি তেঁওৰ আগত নিচেই অসুচি আৰু কুকৰম কৰোঁতা হল; আৰু সিবিলাকৰ সন্তান জি আমি, আমিও একে পাপ কৰমত পতিত হৈ জিৱনৰ সকলো কালত পাপ বিনে আন একো পুন্য কৰম কৰিব পৰা নাই। তেন্তে পাপি মানুহ জি আমি, আমি কোনো পুন্য কৰম কৰি ইশ্বৰৰ দায়া পাব পাৰিম নে? জি মানুহৰ মনত এবেলি পাপে প্ৰবেস হল, তাৰ পৰা কোনো মতেও ভাল কৰম ওলাব নোআৰে। তথাপি মানুহে পৰিত্ৰান পাবলৈ দান দখিনা, বলি হোম, জপ তপ, গঙ্গা স্নান, তিৰ্থ দৰ্সন আদি কৰি নানা ৰুপ পুন্য কৰম আৰ্জে, আৰু কোনোএ ৰাম নাম লৈ গুৰু ভকত ভোজন কৰাই। কিন্তু হে এই ৰুপ ভ্ৰম কৰা লোক, তোমোলাকে এনে কৰম কৰাতে অগনন পাপৰ পৰা উধাৰ পাবা নে? আৰু তোমোলাকৰ ধন সোন দি ইশ্বৰৰ অনুগ্ৰহ কিনিব পাৰিম

বুলি ভাবিচা নে? পৃথিৱিত জিবোৰ বহু মুল্য বস্তু আছে, সেই সকলোবোৰ ইশ্বৰৰ হাতত নাই নে? আৰু জেতিয়া তেঁওৰ প্রয়োজন হই, তেতিয়া তেঁও লবৰ সক্তি নাই নে? তাত বাহিৰে তোমোলাকৰ সবিল প্রান জি আছে, তাৰো ইশ্বৰ অধিকাৰ ন হই নে? আৰু জেতিয়া তেঁৱে সবিলৰ পৰা জিৱ বাজ কৰি নিব খোজে, তেতিয়া তুমি বাধা কৰিব পাৰা নে? ইয়াতে জানিবা, ইশ্বৰে মানুহৰ হাতেৰে কিবা সুস্রুসা পাই, এনে ন হই; কিন্তু আমাৰ সকলোতে উপকাৰ কৰোঁতা কেৱল তেঁৱেইহে; তেঁওৰ দোআৰাই আমি জিচোঁ, লৰিচোঁ, আৰু জিৱনৰ নিশ্বাসো তেঁওতেহে লৈচোঁ। এই হেতুক আমি আপোন পাপ অপৰাধৰ নিমিত্তে ধন সোন আদি সংসাৰিক বস্তু দি ইশ্বৰক তুষ্ট কৰিব নোআৰোঁ, আৰু তাৰে লৈতে আমাৰ পাপৰ লেসুকো তেঁও খেমা ন কৰে। আৰু জদি বোলা, ন হই, আমি গুৰু ভকতক দান দখিনা কৰি ইশ্বৰৰ নাম লম, তাতে আমাৰ পাপৰ খণ্ডন হব; কিন্তু হে ভাই, গমি নো চোআ নে? দেখা, জগতত জি জি মানুহ জনম পাইচে, সেই সকলোৱে মাজত পাপ ন কৰা কোনোৰা লোক আচে নে? আৰু বেয়া গচত ভাল গুটি লাগিব পাৰে নে? জদি আমাৰ আদি পিত্রি মাত্রি এবেলি পাপত পৰিল, তেতিয়া সিবিলাক পাপি হোআত আমিও সিবিলাকৰ পুলি পোনা হোআত পাপি ন হলোঁ নে? অৱস্যে হলোঁ; কিয়নো জেনেকৈ বেয়া গচে ভাল হব নোআৰে, তেনেকৈ আমিও এবেলি পাপ কৰাত পাচে আৰু সুচি মন আমাৰ ভিতৰত থাকিব নোআৰে; আৰু জেতিয়ালৈ অসুচি পাপি মন আমাৰ মাজত থাকে, তেতিয়ালৈকে আমি জি কৰম কৰোঁ, সকলো কৰম অসুচি হব। জেনেকৈ অম্রিতত বিহ ঢালিলে অম্রিত গুচি বিহ হই, সেই ৰূপে আমাৰ মনত পাপ ৰূপ বিহ সোমোআত কেৱল পাপি মন, আৰু পাপি স্বভাও হল। তেন্তে জদি আমাৰ পাপ গুচিবলৈ ভকতক ভোজন কৰাঁও, নতুবা গুৰু ঘৰলৈ দিঁও, তাতে খণ্ডন হব পাৰে নে? কোনো মতেও হব নোআৰে, কেৱল মিচা স্রমহে কৰা হই; কিয়নো তুমি জেনে পাপি, সেই সকলো একে পাপতে পতিত ন হই নে? তুমি জেনেকৈ লোভ, মোহ, কাম, ক্রোধ, হিংসা, বঞ্চিত কৰা, সিবিলাকেও ন কৰে নে? অৱস্যে সিবিলাকেও কৰে। তেনে হলে এক পাপিএ আন পাপিক কি ৰূপে উধাৰ কৰিবৰ সক্তি আছে? জদি জগতৰ মাজত কোনো নিস্পাপি লোক থাকিলেও সিবিলাকে আপোনাৰ নিমিত্তে পুন্য কৰম আৰ্জিব পাৰে, তোমাৰ নিমিত্তে কিবা পুন্য আৰ্জিব নে? লোকে ভোজন পান কৰাতে তোমাৰ ত্রিপ্তি পলাই নে? জদি এই জগততে লোকে ভোজন কৰাত আমাৰ ত্রিপ্তি পলাবলৈ অতি অসাধ্য কৰম হই, তেন্তে পাচৰ জগতত লোকৰ পুন্যৰ দোআৰাই আমাৰ জিৱনৰ আহাৰ কি ৰূপে হব পাৰে?

কিন্তু কোনোএ জদি বোলে, কলি কালত কেৱল নাম ধৰমতহে সাৰ, এই নিমিত্তে নাম লৈ তৰিম, সিও স্রম বিফল। কিয়নো জেনেকৈ কোনো বৰ ধৰুআই লোকৰ ধাৰ সুজিবলৈ এটা ফুটা কৰিও ন থকাত ধাৰৰ গৰাকিৰ নাম ললে, তাৰ ধাৰ সুজা ন হই, আৰু গৰাকিএও সন্তোস নে পাই, সেই ৰূপে পাপি মানুহে ইশ্বৰৰ আগ্যা নে মানি তেঁওৰ নাম লোআত পাপ খেমা কৰোক চাৰি, ইশ্বৰৰ মহা ক্রোধহে প্রজ্বলিত হই। তেনে হলে কি ৰূপে পাপি লোকৰ নিস্তাৰ হব? সামান্য ৰূপে জেনেকৈ কোনো অপৰাধি আপোন অপৰাধৰ প্রতিফল নু ভুঞ্জাই মানে ৰজাই এৰিব নে পাই, তেনেকৈ পাপি লোককো পৰম ইশ্বৰে উচিত দণ্ড নু ভুঞ্জালে নিস্তাৰ পাব নোআৰে। কিন্তু হে বন্ধু সকল, আমি আপোন পাপৰ দণ্ড নো কেনেকৈ ভুঞ্জিব পাৰিম! কিয়নো জগতত থাকোঁতে মানুহৰ জেনে অসিমা পাপ, আৰু অসিমা

ৰূপে ইশ্বৰৰ সহন, তেনেকৈ জি লোকক ইশ্বৰে নৰকৰ সাস্তি ভুঞ্জাই, সিও অসিম সাস্তি, সেই জাতনাৰ অন্তু আৰু ন হব, কোটি কোটি কল্প ওৰ পৰিলেও পাপি লোকৰ নৰক সাস্তি ওৰ ন পৰে। তেন্তে হে নিৰ্ভই পাপি বন্ধু, আমি সকলোএ নৰকৰ অখণ্ডনিয় সাস্তি ভুঞ্জিবলৈ কি সক্তি আচে, কিয়নো সেয়ে অনন্তু কাললৈকে থাকিব। জদি নিচয়ে পাপি লোকৰ এনে অৱস্থা হল, তেনে হলে আমাৰ আৰু কিহত পৰিত্ৰান আচে? আমাৰ পৰিত্ৰানৰ আসা নিচয়ে গুচিল; তথাপি জি জনে সকলো জগত খনৰ অপৰাধৰ নিমিত্তে নৰকৰ অত্যান্ত দণ্ড ভুগিব পাৰে, এনে একজন আমাৰ আসুই হবলৈ অতি প্ৰয়োজন আচে। কিন্তু এনে জন নিৰ্বলি মানুহৰ মাজত কোন হব পাৰে? কোনে আমাৰ প্ৰতি জনৰ পাপৰ নিমিত্তে নৰকৰ অসহনিয় দণ্ড ভুগিব? স্বৰগত বা প্ৰিথিবিত আন কোনো ঠাইতো এনে জন মহা আসুই নাই।

এই হেতুকে ওপৰে জি জনৰ বিসয়ে বিবেচনা কৰা হৈচে, সেই প্ৰভু য়িচু খ্ৰিষ্টে অনাথ পাপি লোকৰ গতি দেখি, আপোন জোৰ্তিমই থান এৰি, এই তলৰ পাপমই জগতলৈ আহিল, আৰু জগতৰ পৰিত্ৰানৰ হেতুকে কন্যাৰ গৰ্ভত জনম ধৰি, ওপৰে কোআৰ মতে প্ৰিথিবিৰ ওপৰত অনেক বচৰ থাকি ইশ্বৰৰ পৰিত্ৰান সকলোৰে আগত প্ৰকাস কৰি সুনালে। পাচে তেঁও জি কৰম কৰিবৰ নিমিত্তে জগতত পাপি মনুস্যৰ আক্ৰিতি লৈচিল, সেই কৰম সিধি কৰাৰ কাল সম্পূৰ্ন হলত তেঁও আপোন সৰিলক পাপি লোকৰ হাতত সমৰ্পন কৰি দিলে; আৰু দুস্ট লোকে তেঁওৰ উপকাৰ নে জানি, পেৰেক্ক কাঠৰ ওপৰত তেঁওৰ প্ৰান বধ কৰিলে। তাতে তেঁওৰ জি জাতনা হল, তাক কোনে চিন্তা কৰিব পাৰে? তেঁওৰ হাতত আৰু ভৰিতো গজালেৰে বিন্ধা হৈচিল। আৰু জেতিয়া প্ৰভুএ জগতৰ পাপৰ দণ্ড ভুগিচিল, তেতিয়া তেঁওৰ ঘাম তেজৰ বৰ বৰ টোপাৰ দৰে মাটিলৈ পৰিল। মানুহৰ পাপ খণ্ডাবলৈ তেঁও জি জাতনা পালে, সেই জাতনা দেখি সুৰ্জে আপোন মুখ ঢাকিলে, প্ৰিথিবি খনো কঁপিবলৈ ধৰিচিল, আৰু সিলবোৰো ফাটিল। আৰু জগত সুজন হোআৰ পৰা জি জাতনা কোনো মৰ্ত্ত্য লোকৰ মাজত পোআ নাই, আৰু কোনোএ ভাবিবও নোআৰে, এনে জাতনা তেঁও আমাৰ আটাইৰে পাপ খণ্ডনৰ হেতু পালে। সেই দুখৰ কালত তেঁও অতি জাতনা পাই ৰিজিয়াই কলে, হে ইশ্বৰ, হে ইশ্বৰ, মোক কিয় এৰিলা? এই ৰূপে প্ৰভুএ জগতৰ পাপত দুখ পাই আপোন সৰিল ভগন কৰি, সেই মৰনৰ দোআৰাই ইশ্বৰলৈ পাপি লোকৰ মহা প্ৰাচিত কৰিলে। তাৰ পাচে তেঁওক মৈদামত থোআ হল, তাতে তিন দিন থাকি পুনৰাই আপুনি জিয়াই থাকোঁতে জেনেকৈ কৈচিলে, সেই দৰে মৰনক আৰু সকলো পাপৰ পৰাক্ৰমক জিনি জিয়াই উঠিল। তাতে সংসাৰৰ জি অখণ্ডনিয় পাপ, তাৰ সাস্তি ভুঞ্জি পাপি লোকলৈ পৰিত্ৰান প্ৰকাস কৰি তেঁওৰ সিস্যবিলাকক এই আদেস দি কলে, তোমোলাকে জগতৰ সকলো প্ৰানিৰ আগত মই জি আপোন প্ৰান ভগন কৰি পাপৰ মহা প্ৰাচিত কৰিলোঁ, ইয়াৰ সুভ বাত্ৰা কিৰ্তন কৰি দিয়া; তাতে জিবিলাকে মোৰ প্ৰাচিতত বিস্বাস কৰে, সি পৰিত্ৰান পাব; কিন্তু জিবিলাকে বিস্বাস ন কৰে, সি দণ্ডৰ পাত্ৰ হব। এই বাক্য কনাই তেঁও আপোন পবিত্ৰ থানলৈ সিস্যবিলাকে দেখি থাকোঁতেই উঠি গল। তাতে এতিয়া আৰু অনন্তু কাললৈকে সৰ্বদাই জিয়াই থাকিব। পাচে জেতিয়া প্ৰিথিবিৰ অন্তুকাল হই, তেতিয়া আকও তেঁও আপোনাৰ অজুত গুন অজুত, আৰু হেজাৰ গুন হেজাৰ দুতবিলাকক লগত লৈ পাপি লোকৰ সোধ কৰিবৰ নিমিত্তে মেঘত উঠি আহিব; তাতে তেঁওৰ প্ৰতাপৰ দোআৰাই স্বৰগ প্ৰিথিবি নস্ট হব, আৰু আ-

দিব পৰা অন্তলৈকে জি জি মানুহ মৰি আছে, সেই সকলো মৃিত্যু লোক মৰনৰ পৰা উঠিব। তেতিয়া তেঁয়ে সকলোৰে মনস আৰু কৰমৰ সোধ কৰি প্ৰতি জনৰ কৰমৰ ফল দিব।

ত্ৰিতিয় প্ৰমান। তেঁওৰ কথাত জদি আমি বিবেচনা কৰোঁ, তাতে আমাৰ কি লাভ হব'

হে বন্ধু লোক, ওপৰে জি জনৰ কথা লিখা হল, সেই জনৰ কথাত বিবেচনা কৰিবলৈ আমাৰ একো প্ৰয়োজন নাই নে? দেখা, তেঁও সকলোৰে ইশ্বৰ হৈও তেতিয়া আমাৰ পাপৰ নিমিত্তে আপোন প্ৰানক বলি ৰূপে উচৰগি তেঁওৰ পবিত্ৰ তেজেৰে আমাৰ প্ৰাচিত কৰিলে, তেন্তে এনে প্ৰিয় জনৰ কথাত, ত ´ তেঁওৰ অনুগ্ৰহত আমি বিবেচনা কৰিবলৈ আমাৰ অতি উচিত কৰম ন হই নে? তেঁওৰ কথাত জদি আমাৰ প্ৰিতি ন হই, তেন্তে কাৰ কথাত নো আমি চিন্তা কৰিম? কোনে আপোনাৰ প্ৰান দি মানুহৰ প্ৰাচিত কৰিলে? জি জি ধৰম আৰু পৰিত্ৰানৰ পথ জগতৰ মাজত আছে, সেইবোৰৰ ভিতৰত এনে প্ৰেমৰ বানি কোনে কত সুনিচা? গমি চোআ হে বন্ধু, নানা সাস্ত্ৰৰ মাজত জি জিবিলাক অৱতাৰৰ কথা লিখা আছে, সেইবিলাকে পাপিৰ নিমিত্তে কি প্ৰাচিত কৰিলে? কিন্তু প্ৰভু য়িচুএ আপোনাৰ প্ৰানেৰে জগতৰ প্ৰাচিত কৰিলে। আন অৱতাৰবিলাকে দুষ্টক সংহাৰ কৰিবলৈ জগতত অৱতাৰ হৈছিল; কিন্তু প্ৰভু য়িচু খ্ৰিষ্টে দুষ্টৰ নিমিত্তে আপোনাৰ সৰিল ভগন কৰি, মহা পাপ জাতনাৰ পৰা উধাৰ কৰিলে। আন আন আসুইবিলাকে জগতৰ লোকৰ দৰে সুখ ভোগ বিচাৰিলে, কিন্তু প্ৰভুএ আপোনাৰ সুখলৈ কাৰ্জাৰ ন কৰি পাপিবিলাকৰ হিত চিন্তা কৰিলে। চৰাইবোৰৰ বাঁহ আৰু সিয়ালৰ গাঁতো আছিল; কিন্তু প্ৰভুএ আপোনাৰ মুৰ সুমাবলৈ কতো ঠাই নাছিল। আন আন অৱতাৰে ৰজা হৈ ৰাজ সাসন কৰিলে, কিন্তু খ্ৰিষ্টে সামান্য মানুহৰ মাজত অৱতাৰ হৈ নম্ৰ ৰূপে জগতৰ পাপ ভুগিলে। সিবিলাকে মানুহৰ দৰে দুৰাচাৰ কৰম আচৰি ইন্দ্ৰিয় ভোগ কৰিলে। কিন্তু প্ৰভু য়িচুএ সকলো পাপ আৰু পাপিৰ পৰাও আঁতৰ হৈ নিস্পাপি হোআতো জগতৰ অপৰাধৰ হেতুকে আপোনাৰ সৰিলত জাতনা পালে; তেঁয়ে কোনো পাপ কৰা নাই, তথাপি পাপিৰ ত্ৰানৰ নিমিত্তে আপোনাৰ সৰিল দিলে। মানুহে আপোনাৰ পাপ গুচিবলৈ জন্তুৰ তেজেৰে প্ৰাচিত কৰে, কিন্তু তেঁয়ে আপোনাৰ তেজ দি জগতক ত্ৰান দিছে। দেৱতাবিলাকে মানুহৰ পৰা পুজা বলি খোজে; কিন্তু খ্ৰিষ্টে পাপি লোকক এই ৰূপে নিমন্ত্ৰন কৰি কৈছে,

চাগ আদি নো খোজোঁ বলি,
নো খোজোঁ একো সোন ধন,
কেৱল পাপৰ খেদ চিত্তেৰে
খুজিছোঁ মানুহৰ মন।
তোমাৰ বলি হোম আদিতকৈ
হৈছে উত্তম প্ৰাচিত মোৰ;
মোক চাই পাপি নিস্তাৰ পোআ,
কিয় পৰা নৰক ঘোৰ?

এই ৰূপে তেঁও পাপি লোকক পুনৰাই নিমন্ত্ৰন কৰি কৈছে, হে স্ৰম কৰা আৰু ভাৰত দুখ পোআ লোক সকল, মোৰ ওচৰলৈ আঁহা, মই তোমোলাকক জিৱনি দিম। মই নম্ৰ আৰু কোমল মন হৈছোঁ, এই হেতুকে তোমোলাকে আপোনাৰ ওপৰত মোৰ জুঁঅলি লোআ, আৰু মোৰ মুখে সিখ্যা পোআ; তাতে তোমোলাকে মনত জিৱনি পাবা। কিয়নো মোৰ জুঁঅলি চিল, আৰু ভাৰো লঘু। জিবিলাকে পৰিত্ৰান পাবৰ নিমিত্তে মোৰ ওচৰলৈ আহে, মই তাক কোনো মতেও বাহিৰ ন কৰোঁ, আৰু কোনোএ মোৰ হাতৰ পৰা কাঢ়ি নিব নোআৰে। আৰু জিবিলাকে সংসাৰৰ পাপ জই কৰে, সেইবিলাকক মই আপোনাৰ সিংহাসনত বহিবলৈ দিম; তাতে তাৰ ক্ৰন্দন বা সোক, বিয়াকুল বা মৰন কেতিয়াও ন হব।

তেন্তে হে পাঠক গন, জি জনে ইমান দা-য়াৰে মানুহৰ পৰিত্ৰান সিধি কৰিচে, ইয়াত বাহিৰে আৰু কোনো পৰিত্ৰান হব পাৰে নে? গমি চোআ, ইশ্বৰে জদি পাপিৰ ত্ৰানৰ নিমিত্তে আপোনাৰ সৰিল তগন কৰি পৰিত্ৰানৰ উপাই দিএ, তাতকৈ আৰু কি উত্তম প্ৰাচিত্ত আচে? কিন্তু হে ভাই, এনে অতি দায়ালু প্ৰভুত বিশ্বাস ন কৰিলে, আৰু তেঁওৰ প্ৰাচিত্তৰ দোআৰাই পাপৰ খেমা ন হলে, আমাৰ সকলোৰে পাপ গুচাবলৈ আন কোনো উপাই নাই। তেঁওক জদি হেলা কৰি আপোনাৰ আয়ুসৰ কাল নিওআ, তেন্তে নিচয়ে ঘোৰ নৰকত পৰি আপোনাৰ জিৱ আত্মা হেৰুআবা। এই হেতুকে বিনই কৰোঁ, প্ৰভু য়িচুৰ চৰনত আস্ৰই লোআ, তাতে তেঁওৰ প্ৰাচিত্তৰ দোআৰাইহে অনন্ত পৰম আনুন্দ পাব পাৰিবা। দেখা, মানুহে জদি গোটেই ধন জগত পায়ো তাৰ আপোনাৰ প্ৰান হেৰুআই, তেন্তে তাত কি লাভ? কিন্তু জিবিলাকে প্ৰভু য়িচু খ্ৰিষ্টত আস্ৰই লই, সি এনে কোটি কোটি জগত পোআতকৈও অতি লাভ হই; কিয়নো অনন্ত নৰকৰ মাজৰ পৰা হাত সাৰি সি পৰম আনুনত সোমাৱ। ন.ৰ.ক.

---



অষ্ট্ৰেলিয়া দেশৰ হাঁহ ঠুটীয়াৰ নক্চা।

The Australian Ornithorynous.

## পুৰণি অসম বুৰঞ্জি, নং ১১ ।

Dihingia Raja—War with the Bengalis.

পাচে ফাগুনৰ দিনত ৰজা দেৱে চুলেং চাৰিঙ্গ ৰজাক পঠালে, চাৰিও ভায়েক বুৰৈতে একে ঠাই হল। চতৰ দিনত বঙ্গালে তিন দিন তিনি ৰাতি নাৱে ভৰে সনাৰ কোঁঠ বেৰি আচিলে; পানি আনিব নোআৰি ভাত খাবলৈ ন হল। চুলেং চাৰিঙ্গ ৰজাক বুৰৈতে থৈ, চুক্লংফা তিপাম ৰজা, চুতেং নামৰুকিয়া ৰজা, চুখ্ৰুং সৰু গোহাঁই, তিনিও ভায়েকে একুৰি দুখন নাৱৰ মাৰ বান্ধি লুইতে ভটিয়াই গৈ জুধ ধৰিলেগৈ। বঙ্গালে কাঁৰ গুলি মাৰিব নোআৰি হুহকি গল; আমাৰ লোকে বঙ্গালৰ বৰ নাও এখন, মানুহ বাৰেটা বান্ধিলে। পাচে মুৰ্ত্তাজা নামে বঙ্গাল এটা নাও একৈদেৰে উজাই আহিল, সনাত তিনি জনা কোঁঅৰক জুধ ধৰিলেহি। পাচে চুলেং চাৰিঙ্গ ৰজা, বৰ পাত্ৰ গোহাঁই, অন্যো ভাঙ্গৰিয়া পঠাই নাও নমাই পানিএ দি তিনি জনা কোঁঅৰৰ লগত ভৰ দিব দিলেগৈ। পাচে সকলেও এঠাই হৈ দুইমুনি সিলাত গৈ বঙ্গালৰ জুধ কৰি, পালে বৰ নাও এখন, বৰ হিলৈ এটা, অন্যো বস্তু বিস্তৰ পালে। তাতে বঙ্গালৰ চামনাথ নামে সৰদাৰ এটা পৰিল; বঙ্গাল পৰিল দু হেজাৰ পাঁচ স। পাচে চুক্লংফা তিপমিয়া গোহাঁই দেৱে বৰ পাত্ৰ গোহাঁই ১, থাওমুংচেনৰ ১, থাওমুংকতক ১, চুহন ১, এই চাৰিক লোক জন সহিতে নাৱে পঠাই বঙ্গালৰ নাও বেৰি ধৰিব দিলেগৈ। ইবোলাকেও ৰাতি ধৰিলতগৈ বঙ্গাল ভাগিল; তাতে বঙ্গালৰ বস্তু পালে সৰু নাও একুৰি, ঘোৰা পালে এটা, এই কথা ৰাতি জুধৰ। পাচে ৰাতি পুআ হলত বঙ্গালৰ সুচন নামে নেবাব এটা পালেহি, তাৰ লগত আহিচিলে হাতি এটা, ঘোৰা এস, মানুহ এহেজাৰ, এই সকলেৰে সুচন আহি তুৰ্ব্বকৰ লগত ভৰ দিলেহি। পাচে জেঠৰ দিনত তুৰ্ব্বক ভটিয়াই দিকৰাই মুখত ৰলগৈ; পাচে আমাৰ লো-

কে পাচে পাচে খেদি গৈ সেই ঠাইতে বেৰি ধৰিলেগৈ । পাচে ৰজা দেৱে দুই মুনি সিলাত বৈ চুহনক বনলৈ পঠালে । পাচে আহাৰৰ এমাহ্ সাওনৰ এপস তাতে থাকি, সকলো উজাই আহি সনাতে ৰজা দেৱক সেৱা কৰি ৰাতি পুআতে সকলো ভটিয়াই দিকৰঙ্গৰ মুখত কোঁঠ কৰি বৈ, তাৰো পৰা গৰ বহাই দিবলৈ গল; ভাঙ্গৰিয়া সকলো পাচতে গল । পাচে বঙ্গালে আমাৰ লোকক দেখি ঘোঁৰাৰে খেদি আহি বৰ হিলৈ মাৰিব ধৰিলে; আমাৰ লোকে বৰ নোআৰি ভাগি আহিল । ত্যাওচুলুং প্লাইখাং হাতিত, থাওমুংচেনৰ প্লাইসিক হাতিত, ত্যাওৰিংমুনলাই প্লাইচু হাতিত, এই তিনিও হাতিএৰে হুহকি আহিল । চুক্লংফা তিপাম ৰজা, চুলেং চাৰিঙ্গ ৰজা, ত্যাওচুত্যোও, এই তিনিও সসন্যেৰে গৰৰ বাজ ওলাই পুনৰ উলটি গৰৰ ভিতৰ সোমাই থাকিল । ভাৰথ সিংহ নামে বঙ্গাল এটা, কোচৰ কোটোআল এটা, এই দুয়ে মাথুন্দি হাতিত উঠি খেদি আহিল । পাচে আন বঙ্গাল খেদি নাহিবৰ দেখি, আমাৰ তিনটা হাজৰকিয়াই হাতিত উঠি হেঙ্গদান উলিয়াই বাটত ৰহি ৰাজ্যক ন পলা বুলি বাধি, বঙ্গালক বেৰি ধৰিলেগৈ । থাওমুংকতক, থাওমুংক্লাং, এই দুয়ে সোঁ ফালে বেৰি ধৰিলেগৈ । পাচে বঙ্গাল লৰ মাৰি পলাল; আমাৰ মানুহে পাচে পাচে খেদি নি, মাৰি ধৰি বঙ্গালক দিকৰাইত পেলালেগৈ । পাচে দিকৰাই পাৰ হৈ বঙ্গালক জাবৰ দেখি আমাৰ চুহন, থাওমুং, তাওকিমজই, পতিহাজৰকিয়া, পতিৰাম, এই পাঁচেই বঙ্গালক কাটি খুঁচি খেদি নি দিকৰাইত পেলালে । পাচে চুক্লংফা তিপমিয়া গোহাঁয়ে ৰাজ্যে সমনিতে ভাতে ৰাতিএ কোঁঠ বান্ধি বল । পাচে ৰাতি পুআ হলত চুক্লংফা তিপমিয়া গোহাঁই দেৱে ভাইমুঙ্গক পঠাই নাম ফালে বেৰিব দিলে, ভাইমুংক্লাঙ্গক উজনি ফালে বেৰিব দিলে । পাচে বেৰিবৰ দেখি বঙ্গালে কোঁঠ এৰি পলাল; পাচে আমাৰ লোকে পাচে পাচে মাৰি ধৰি খেদি নিৰৰ দেখি যোপনি কাখৰত বঙ্গাল ৰলগৈ । পাচে আমাৰ ত্যাওৰিংমুঙ্গনে প্লাইচু হাতিএৰে খেদি জাবৰ দেখি, বঙ্গালে হাতিএৰে ভাগি গৈ যোপনিত পৰিল, ইবোৰ বঙ্গাল এবাই গল । পাচে আমাৰ মানুহে বিলৰ কাখৰত পথাৰ পালেগৈ; বিলত পৰি থকা হাতি দুটা মাৰিলে, মাউতকো খুঁচি মাৰিলে । পাচে চুলেং চাৰিঙ্গ ৰজা, জাঠি ধৰা সইকিয়া, আৰিএ কোঁঅৰ, এই চাৰিও হাতিএৰে বেৰিলেগৈ । পাচে তুৰ্ব্বকৰ দাচু নামে সেনাৰ এটা ঘোঁৰা এফেদেৰে আগ বাঢ়ি খেদি আহিল । পাচে আমাৰ লোকে কাটি খুঁচি কঁৰিয়াই বিস্তৰ ঘোঁৰা মাৰিলে, তাতে তুৰ্ব্বকৰ সুচন খাঁ ৰজাক পাই কাটিলে । তাতে হাতি পালে ২৮ টা, ঘোঁৰা পালে ৮২০, বৰ হিলৈ খোঁকা হিলৈ বিস্তৰ পালে । সোন পালে এপেৰা, পেৰাৰ জোখা দিঘলে এহাত, পথালিও এবেগত দুই আঙ্গুল; ৰূপ পালে ৪০ চলা । চুক্লংফা তিপাম ৰজাও, চুলেং চাৰিঙ্গ ৰজাও, সকলো ভাঙ্গৰিয়া সৈতে উজাই আহি, বিশ্বনাথৰ সিলনিত এই দ্রব্য ভেঁটি ৰজা দেৱক সেৱা কৰিলেহি; তাতে থাকি সকলকো যথ্যানুসাৰে বঁটা প্রসাদ দিলে, ঘোঁৰাও দিলে । পাচে ৰজা দেৱে ভাল তিথি বাৰ চাই উজাই দিহিঙ্গ নগৰ পালেহি, তাতে বিংশন মুংখন কৰিলে । পাচে কাতিৰ দিনত ৰজা দেৱে গৰগাঁৱলৈ আহি, স্নেতাম স্নেহ কৰিলেহি । পাচে পৰ্ব্বতৰ ওপৰত তুৰ্ব্বকৰ সুচন খাঁ ৰজাৰ মুৰটো মঠ বান্ধি থলে ।



## অনেক দেসৰ সম্বাদ ।

Journal of Events.

চাওখাত মৌজাৰ দিহা কাখৰত জেঠ মাহৰ ২১ তাৰিখে গধুলি সমই মঁহ বিচাৰিবলৈ জাঁওতে পথাৰৰ মাজত বৰগ পৰাত এজন বামুন, এজন সুদ্ৰ, এই দুই জন মানুহ মৰিল ।

গুআহাটি নগৰত প্ৰায়ে এক হেজাৰ মানুহ মাউৰে ধৰি মৰিল । সিবিলাকৰ মাজত ক্ৰিয়ৰাম ভঁৰালি বৰুআ ফৌজদাৰি চিৰস্তাদাৰ ৩১ মেইৰ মানিসা ৰাতি মাউৰে ধৰি ৰাতি পুআ ১০ বজাত ম্ৰিত্যু হল ।

নগাঁৱত এসতকৈ অধিক মানুহ এই পিৰাতে মৰা সুনিচোঁ ।

কলিকতাত দিনে পতি প্ৰাই ১০০ মানুহ মাউৰৰ দোআৰাই মৰিচে বুলি পত্ৰত লিখিচে ।

কলিকতাৰ পৰা জোআ অনেক জাহাজ পোৰা হেতুকে গৱৰ্নমেন্তে জন চাৰেক চাহাব লোকক তাক বিচাৰ পৰ কৰিবৰ নিমিত্তে নিজোজন কৰিলে । জাহাজৰ লোকচন দিবৰ নিমিত্তে মাচুল লোআ জি বিমা কম্পানি নিবন্ধ কৰিচে, সিবিলাকে বোলে, লস্কৰবোৰ জি জাহাজত থাকে, সেই জাহাজৰ হানি পুৰাবলৈ আমি গাত ন লম, ইয়াকে থিৰ কৰিচে । সেই কাৰনে জাহাজৰ কাপ্তানবিলাকে জাহাজত লস্কৰ, অৰ্থাত মালই দেসৰ লোকক ন লই ।

২৫ মেইৰ দেও ৰাৰত কলিকতা নগৰত ৩০০ মান বাবু হিন্দু লোকে মিস্যনেৰি পাদুৰিবিলাকৰ কৰম নিবাৰন কৰিবলৈ গোট খাই, খ্ৰিষ্টিয়ান ধৰম লোআ হিন্দু লোকে জদি আকও হিন্দু ধৰমলৈ মন পালটাই তেন্তে তাৰ প্ৰাচিত্ত হব পাৰে নে নোআৰে, ইয়াকে বাদ বিচাৰ কৰি, প্ৰাচিত্ত হলে আকও গ্ৰাহ্য হব পাৰে, ইয়াকে থিৰ কৰিচে । সেই কথাৰ দোআৰাই খ্ৰিষ্টিয়ান ধৰম লোআ কোনো হিন্দু লোকে আগৰ ধৰমলৈ উলটিব বুলি ভাবে ।

লখনৌ নগৰত ২০ মেই তাৰিখত দুই চিপাহিৰ দ্বন্দ লাগি তৰোআলেৰে জুধ কৰি ই জনে সি জনক বুকু কাটি মাৰিলে, পচে মৰা লক থৈযাই থকাত কোনো কোনো তাক বাধা কৰিব খুজিলে, কিন্তু জি মোক ধৰে, মই তাক কাটিম, ইয়াকে বুলি খেদিলে । সেসত আপোনাৰ ডিঙ্গিত তৰোআল দি আপোন ঘাতি হল ।

লাহোৰ নগৰত ১৮ মেই তাৰিখত লখনৰ নামে এজন মাজিষ্টৰ চাহাবৰ জৰ হোআৰ কাৰনে বিগিয়ান হৈ আপোন ঘাতি হল ।

২১ মেই ৰাতিৰ ৯ বজাত ঢাকা নগৰত ধুমকেতুৰ নিচিনা এটা বৰ প্ৰকাস ওলাই, নগৰৰ পূৱ ফালৰ পৰা পচিমলৈ গৈ মাৰ গল । তাৰ পহৰ অতি প্ৰজ্বলিত, বিদুলিৰ নিচিনা হৈছিল; অনেক মানুহে দেখি বৰ ভই পালে ।

লঙ্কা দিপৰ কলম্বো নগৰত প্ৰথম মেই ৰাতি বৰ ধুমুহা বতাহ হোআত দুই তিনি খন জাহাজ ভাগিল আৰু মানুহ গোটা চাৰেকো পানিত পৰি মৰিল ।

৬ মেই তাৰিখত ককলেণ্ড নামে এখান অতি উত্তম নতুন ভাপ জাহাজ বতাহৰ চৌৰেৰে একালি একালি থাকি সেসত সোঁ মাজে দি ভাগি একে বেলিএ তল গৈ নে দেখা হল । সেই জাহাজৰ সক নাও ওপজি থকাত জাহাজিকবোৰ উঠি ৰখ্যা পৰিল ।

খেহ সেসত কাফিন বেচিবলৈ এবিএল নামে এখান জাহাজ হুগলি মুখ পালত লস্কৰৰ হতুআই ১৩ মেই তাৰিখত জুইৰে পোৰা হল ।

বম্বাই নগৰত ধনৰ এটা গোলাৰ পৰা এক লাখ টকাৰ কবুলতিবোৰ চুৰ কৰা হৈছিল । চোৰ ধৰিবলৈ গোলাৰ গৰাকিএ ১০,০০০ ৰূপ দিম বুলি বাত্ৰা চলাইচে । পাচে আলি আকবৰ খাঁ নামে এক মুনসিএ এটা মানুহৰ হাতত কবুলতি পত্ৰ আচে বুলি সুনি, তাক বিচাৰি ৩৮,৩০০ ৰূপৰ কবুলতি পালে ।

মাদ্ৰাজ নগৰৰ লেপ্তেনন্ত জনষ্টন নামে এজন চাহাব মেমে সৈতে মেজত বহি ভোজন কৰোঁতে কোনো মানুহ সোমাই চাহাবৰ পাচ ফালে দি আহি সক হিলৈৰে গুলিয়াই মাৰিলে । কিচু বেলিৰ পাচে চাহাব মৰিল ; বধ কৰাটো পলাল ।

তুৰুক দেসৰ চুলতান বাদস্যাই খ্রিষ্টিয়ান লোকৰ হিত কৰাত মচলমান মন্ত্রিবিলাকে বেজাৰ পাই বাদস্যাৰ ভায়েকক ৰজা পাতিবৰ নিমিত্তে বাদস্যাৰ বেজে দৰৱ খুআই মাৰিবলৈ এক লাখ টকা দিম বুলি কথা বান্ধিলে ; পাচে বেজে কাকত পত্র খোজাত সিইতে নিৰ্বন্ধ লিখি চহি দিলে ; বেজে সেই পত্রকে লৈ বাদস্যাৰ আগত দেখালে । সেই কাৰণে পৰা ক্রহিয়া মন্ত্রিবিলাকক কেৰে দেখিবলৈ নে পালে ।

গাল নগৰত ফৰ্দ নামে মৈদাম বন্ধা মানুহে বহু দিনৰে পৰা কটিকা খাই বলিয়া হলত আপোনাৰ খাটৰ খুঁটাত গামোচাৰে ডিঙ্গি বান্ধি তললৈ মুৰ কৰি খোৰোচা হৈচি আপোন ঘাতি হল ।

অৰেগন নামে ফ্রাঙ্কফৰ্ত নগৰৰ পৰা এখন জাহজ গৈ হাবানা নগৰৰ ওচৰ পোৱাত কাপ্তান চাহাবে কোনো আচৰিত সবদ সুনি সাগৰত কিবা আচে বুলি চাই চাই আধা মাইললৈকে একো নে দেখিলে । পাচে সক নাও এখন পঠাই বিচাৰিলত এটা মানুহ ওপঙ্গি থকা পালে । তাৰ নাম জেমচ তমচন ; তাৰ পূৰ্ব দিনা গধুলিত সি আন জাহাজৰ পৰা পৰিল ; চ ঘণ্টা মান সাঁতৰি থকাত মৰিৰ লগা হোআতেই ২ হাত দিঘল, ১ হাত বহল, এনে সৰু পাত এচলা পাই তাতে ধৰি কথমপি প্রাণ ৰখ্যা পৰি আচিল ।

কালিফৰ্নিয়া দেসৰ পৰা বগা ভালুকৰ পোৱালি দুটা লণ্ডনলৈ নি বৰ্নবিয়া জন্তুৰ গঁৰালত থলে ; পাচে তাৰে এটা কণা হৈ গলত ডক্তৰবিলাকে কলোৰফৰ্ম দৰৱ খুআই মূৰ্চ্চিত কৰি চকুৰ [illegible] ভাল কৰিলে ।

আমেৰিকা দেসৰ নুঅৰ্লিঞ্চ নগৰৰ এক ভাপ জাহাজত মানুহে এটা ঘঁৰিয়াল তুলি গঁৰালত ভৰাই অন্য নগৰলৈ নিবলৈ উপাই কৰিলে, কিন্তু একেৰিমান গলত ঘঁৰিয়ালে অকস্মিতে থৰ মৰাই সেই ৰৰ সকত গঁৰাল একে বেলিএ ভাঙ্গি পেলাই জাহাজৰ এক দাঁতিলৈ বগাই গৈ অলপমান চাই চিতি পানিত পৰি গল । তাৰ দিঘলে ১০ হাত আচিল ।

## তিমি মাচ মৰাৰ বিবৰন ।

Dangers of the Whale Fishery.

দুই এক স বচৰৰ পৰা তিমি মাচ মাৰিবলৈ সাগৰৰ মাজত ইঙ্গৰাজি আৰু আমেৰিকাৰ অনেক জাহাজ কুৰি কুৰি আচে । সেই মাচৰ তেল বেচি বহু ধন পাই । ১৬৮০ সঁকত জৰ্মানিৰ ২৬০ জাহাজ আৰু ১৪,০০০ মানুহ এই কামত প্রবৰ্ত্তিলে, কিন্তু এতিয়া সিইতে প্রায়ে এৰিলে । ইঙ্গলণ্ডৰ ৮০।১০০ এইমান জাহাজ, আৰু আমেৰিকাৰ জাহাজ ৬০০ চ স, ৭০,০০০ মানুহে সৈতে এই কামত চলে । বচৰি বচৰি বহু মৰাৰ কাৰনে সেই বিধ মাচ চুকাৰ বুলি জানিচে । সিইতৰ চৰা অনেক ঠাই আচে, সেই সেই ঠাই জাহাজিকবোৰে বিচাৰি যাৰে । এক ঠাইৰ পৰা পলাই আন ঠাইলৈ গলে, তেও মানুহে বুধিএৰে বিচাৰি ধৰি থকাত সিইতে কতো ৰখ্যা নে পাই । আন্দাজেৰে ২।৩ কুৰি বচৰৰ মুৰত প্রায়ে আটাইবোৰ নষ্ট হব ।

তিমি মাচৰ তিনি বিধ আচে, তাৰ নাম সামান্য বৰ মুৰিয়া, আৰু দিঘল পখিয়া তিমি । সামান্য তিমি প্রায়ে চকালত এতিয়া বৰ মুৰিয়া সৰহকৈ পাই, দিঘল পখিয়াক বেগে জোআৰ কাৰনে ধৰিবলৈ টান ।

এটা বৰ মুৰিয়া তিমি মৰাৰ নকচা সিপিঠিত লিখা আচে । সেই মাচক অনেক বেলি জাঠিৰে খোচাত সি কান্দেৰে মাৰি নাও এখান ভাঙ্গিলে, পাচে সেল বাৰে পানিৰ

পৰা ওলাই, আন নাৰৱিয়াবোৰে আকও মাৰিবলৈ যুগুত হোআ দেখি, সিইঁতৰ হাত সাৰিবলৈ ঘুৰি নুটি খোআত নাৰৱিয়া এটাই বৰ দলেকে তাৰ পেটত ত্ৰিমুলি কাটি ভৰাই দিলে । তেতিয়া মৰনৰ যাতনাৰে বলিয়া জেন হৈ সাগৰৰ মুলবিলাক নবোআৰ দৰে খলক লগালে, আৰু গোটেই খন সাগৰ তে-জেৰে ৰঙ্গা হল । জি জাহাজ নকচাত মাচৰ সি কালে লিখা হৈছে, তাতে মাচৰ মগুহ কাটি পগাই তেল উলিয়াই পিপাত ভৰাই দিএ । কোনো মাচৰ পৰা ৮০ পিপা তেল পাই ।

সক নাৱেৰে তিমিক খেদি দিঘল বৰ্চি লগোআ ওভোতা কোলেৰে নৈতে মাৰি তাৰ গাত খোচ লগাই, পাচে সি বৰ বেগেৰে তললৈ সোমাই দুবৈলৈ নেই নাও টানি নিএ; উসাহ লবলৈ ওলালেই নাৰৱিয়াই আকও খোঁচ মাৰে ।

১৮১৯ সকত এচেক্চ নামে আমেৰিকান জাহাজ এখন দখিন পাচিফিক সাগৰলৈ গৈ এমধ্যা বৰ মুৰিয়া তিমি দেখা পাই, তিনি খন নাও খেদি ধৰিবলৈ পঠাই দিলে; তাৰ মাজৰ এখন তিমিএ চাটি মাৰি ভঙ্গাত জাহাজলৈ উলটি গৈ ভগা খন বাতিবলৈ ধৰিলে । এনে সময়ত ৫০ হাতমানকৈ দিঘল এটা তিমি আহি জাহাজৰ আগ কালত খুন্দা খালে । এনে ডাঙ্গৰ বস্তু দুটাই খুন্দা খোআত বৰ ঠাতকৈ সবদ উঠিল; বতাহত গচৰ পাত লবাৰ দৰে জাহাজ কঁপি কঁপি আছিল । তেতিয়াতিমিএ জাহাজৰ তলে দি গৈ কিচু আঁতৰত ওলাই, মুখ পোআৰ দৰে কান্ধ পাখিএৰে খলকনি লগাই বলিয়াৰ নিচিনা হল । জাহাজৰ ভগা ভোখৰে পানি সোমাবলৈ ধৰাত জক্রেৰে সিঁচিবলৈ ধৰিলে; এনে কালত সেই মাচ কিচু বস্ত হৈ মহা খঙ্গেৰে ঘুৰি আকও জাহাজলৈ পোনাই আহিবৰ দেখিলে । তেতিয়া মানুহে বৰ ভই পাই, ইশ্বৰে আমাক ৰখ্যা কৰোক বুলি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে । কিন্তু তিমিএ কলৈকো নে চাই পোনাই আহি বৰ বলেৰে একে বেলিএ মুৰেৰে খুন্দা মাৰি জাহাজ খন ভাঙ্গি পেলালে; দহ মিনিটৰ পাচে গোটেই খন জাহাজ তল গ'ল । জিবিলাক মানুহ সক নাৱত উঠি সাৰিল, সিবিলাকে দুখেৰে গৈ গৈ ২০ ডিচেম্বৰত দুসিয়া নামে এটা বালি চাপৰি পাই উঠিল । তাতে তিনি মানুহ আৰু দুখ কৰিবলৈ নে জাঁও বুলি সেই ঠাইতে থাকিল । আনবিলাকে তিনি নাৱেৰে গৈ, ১৯ ফেবৰুআৰিত লণ্ডন নামে জাহাজক এখন নাৱে পালে, তেতিয়া তাৰ তিনি জন মাখোন জিয়াই আছিল । আৰু কাপ্তান চাহাব উঠা খন নাৱৰ মানুহ দুখ পাই মৰি মৰি, জিয়া কেইটাই মৰাক খাই, দুটাৰ বাহিৰে আটাইবোৰ মৰিলত ২৩ ফেবৰুআৰিত এখান জাহাজৰ লগ পাই ৰখ্যা পৰিল ।

নষ্ট হোআ জাহাজৰ ২৫ মানুহৰ মাজত সেই পাচোঁটা মাখোন জিলে ।

## জুলাই, অৰ্থাত সাওনৰ পঞ্জিকা ।

Almanac for July, 1851.

| জুলাই | আহাৰ | বাৰ | তিথি | দিনমান | জুলাই | সাওন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ৩ | ২ | ১৩।৪০ | ১৭ | ২ | ৫ | ১৯ | ১৩।৩১ |
| ২ | ১৯ | ৪ | ৩ | ১৩।৪০ | ১৮ | ৩ | ৬ | ২০ | ১৩।৩০ |
| ৩ | ২০ | ৫ | ৫ | ১৩।৪০ | ১৯ | ৪ | ৭ | ২১ | ১৩।৩০ |
| ৪ | ২১ | ৬ | ৬ | ১৩।৩৯ | | | | | |
| ৫ | ২২ | ৭ | ৭ | ১৩।৩৯ | ২০ | ৫ | ১ | ২২ | ১৩।২৯ |
| | | | | | ২১ | ৬ | ২ | ২৩ | ১৩।২৮ |
| ৬ | ২৩ | ১ | ৮ | ১৩।৩৮ | ২২ | ৭ | ৩ | ২৪ | ১৩।২৭ |
| ৭ | ২৪ | ২ | ৯ | ১৩।৩৮ | ২৩ | ৮ | ৪ | ২৫ | ১৩।২৬ |
| ৮ | ২৫ | ৩ | ১০ | ১৩।৩৮ | ২৪ | ৯ | ৫ | ২৬ | ১৩।২৫ |
| ৯ | ২৬ | ৪ | ১১ | ১৩।৩৭ | ২৫ | ১০ | ৬ | ২৭ | ১৩।২৪ |
| ১০ | ২৭ | ৫ | ১২ | ১৩।৩৭ | ২৬ | ১১ | ৭ | ২৮ | ১৩।২৩ |
| ১১ | ২৮ | ৬ | ১৩ | ১৩।৩৬ | | | | | |
| ১২ | ২৯ | ৭ | ১৪ | ১৩।৩৬ | ২৭ | ১২ | ১ | ২৯ | ১৩।২২ |
| | | | | | ২৮ | ১৩ | ২ | ৩০ | ১৩।২০ |
| ১৩ | ৩০ | ১ | ১৫ | ১৩।৩৫ | ২৯ | ১৪ | ৩ | ১ | ১৩।১৯ |
| ১৪ | ৩১ | ২ | ১৬ | ১৩।৩৪ | ৩০ | ১৫ | ৪ | ২ | ১৩।১৮ |
| ১৫ | ৩২ | ৩ | ১৭ | ১৩।৩৩ | ৩১ | ১৬ | ৫ | ৩ | ১৩।১৭ |
| ১৬ | ১ | ৪ | ১৮ | ১৩।৩২ | | | | | |

পুৰ্নিমা ১৩ দিনৰ ১।৩২ ভাটি । আমাবাস্যা ২৮ দিনৰ ৮।৫৮ ভাটি ।

THE ORUNUDOI,
*Printed and published by* O. T. Cutter, *at the Sibsagor Mission Press.*—N. Brown, *Editor.*

# অৰুনোদৈ

৬ বচৰ। মোং সিৱসাগৰ, জুলাই, ১৮৫১। নম্বৰ ৭।

VOL. VI. SIBSAGOR, ASAM, JULY, 1851. NO. 7.

## আৰৱ দেসৰ বিবৰন।

Geography of Arabia.

আচিয়াৰ দখিন পচিম চুকে আৰব নামে এধান ডাঙ্গৰ দেস আচে। তাৰ দখিন ফালে হিন্দু সাগৰ, পচিমে চুফ সাগৰ, উত্তৰে তুৰুক দেস, পুব ফালে পাৰ্চি দেস আচে। আৰব দেসৰ দিঘে ১৫০০ মাইল, পথালিএ ১৩০০ মাইল, মুঠে ১০,০০,০০০ বৰ্গমাইল; তাৰ প্ৰজা ১,২০,০০,০০০ চই কুৰি লাখ।

আৰব দেসৰ ঠাইবোৰ প্ৰায়ে বালি; মাজে মাজে পৰ্বতবোৰ আচে, কিন্তু ওখ ন হই। তাত ডাঙ্গৰ নদিও নাই, আৰু সৰহ ভাগত পানি পাবলৈ টান। পৰ্বতৰ মাজত জি খাল থাকে, তাত খেতি কৰিবলৈ ভাল। চুফ সাগৰৰ দাঁতিত মাটি চাপৰ, কেৱল বালি; তাত গাঁও বাৰি বিস্তৰ নাই। সেই দেসত ডকাইত আদিৰ ভয়েৰে মানুহ অকলে জাত্ৰা কৰিব নোআৰে, একুৰি দুকুৰি গোট খাইহে জাই।

সৰহিয়া বালিৰ ওপৰত অকল উটেৰেহে



আৰব দেসৰ এক চুঁটিয়া উটৰ নকচা।

জাব পাৰে; কিয়নো সি ৭।৮ দিনলৈকে পানি নো খোআকৈ থাকিলেও ন মৰে; তাৰ পেটত পানি ৰখা বেলেগ ভুঁৰ আছে, জেতিয়া পানি পাই তাক ভৰাই থাই, সেয়েৰে আটাই কেই দিন থাকে। তাৰ বোজা ৮ মোনৰ পৰা ১২।১৫ মোনলৈকে ৰৰ সৰু বুজি দিএ। বোজা লবলৈ হাতিৰ দৰে বইঠ পেলাই, পাচে বোজা দিলে জদি নিব নোআৰে, সি মুঠে, কান্দিবলৈ ধৰে। জাঁওতে ৰখিয়াই খুঁচি মাৰি দুখ নি দিএ, খেদিবৰ নিমিত্তে গিতহে গাই। ৩০ বা ৩৫ মাইলৰ বাট দিনটত্তে জাই; বোজা নি দি খোঁজ সি কোআবোৰ হলে দিনটত্তে ৮০ মাইল মান জাব পাৰে। উটে কাঁইট আৰু বেয়া বেয়া গছৰ পাত আদি ঘাঁহো থাই। মাইকি উটে গাভিনি হলে ১২ মাহৰ মুৰত পোআলি এটা মাথোন ওপজাই। তাইৰ গাখিৰ ঘন আৰু সৰহ, কিন্তু খাবলৈ অলপ চোকা। পানি মিহলাই তাক খাবলৈ ভাল। পোআলি ৪।৫ বছৰেহে ডাঙৰ হই; তাৰ আয়ুস দুই কুৰি বা আৰ্হৈ কুৰি বছৰ। উটৰ দুবিধ আছে; এবিধৰ পিঠিত দুটা ডাঙৰ চুঁট, এবিধৰ এটাহে। দুই চুঁটিয়া উট হিমালয়ৰ সি পাৰে পাৰ্চি দেসৰ পৰা খেহ দেসলৈকে পোআ জাই; আৰব আৰু আফ্রিকাত এক চুঁটিয়াহে থাকে।

আৰব দেসৰ ঘোঁৰাও সকলোতকৈ সুন্দৰ বেগিও। আন দেসলৈকো অনেক সামত



Arabian Horseman.

ভালেমান বেচে। এই দেসৰ গাধও আন দেসতকৈ ডাঙৰ চিকন।

আৰবি মানুহ প্ৰায়ে দুবিধ; এবিধ হলে গাঁও নগৰত থাকে। আৰু বেদুইন নামে

এবিধ আছে; সিইতে উট ছাগৰ আৰু পুহি, জি ঠাইত চাৰ পাই তাক বিচাৰি বিচাৰি ঠাই সলাই কাপৰৰ ঘৰ তৰি থাকে, আন ঘৰ নাই। আব্ৰাহাম, ইচাক, আৰু য়াকোবে জি ৰূপে জাক ৰাখি ঠাই সলাই সলাই আছিল, সিইতেও এতিয়ালৈকে সেই ৰূপে ফুৰে।

বেদুইন লোকৰ সৰহ ভাগ চোৰ আৰু ডকাইত; সিইতে খেতি ন কৰে, ৰন গুটি আৰু উট ছাগৰ গাখিৰ খাই থাকে। আনবোৰ আৰব লোকে খেতি কৰে। সিইতৰ মুখ আৰু হাতত বেজিৰে সৈতে কলা ৰবন লগাই ফুল আদি নকচা লিখে; নগাৰ দৰে সেই নকচা গাত সদাই থাকে। মাইকিবোৰৰ নাকত ৪ আঙুলমান বহল সোনৰ আৰু ৰূপৰ নত পিন্ধে; সিইত প্ৰায়ে মতাৰ সমান ওখ। সিইতৰ আক্রিতি সুন্দৰ, কিন্তু সদাই ৰদত থকা হেতুকে ৰৰ কলা।

আৰব লোকৰ খঙ ৰহা; আৰু কোনোএ জদি সিইতক বিৰোধ কৰে, সিইতে অৱস্যে তাৰ প্ৰতিফল দিএ। দা জাঠি বা হিলৈ হাতত সদাই লৈহে ফুৰে। জাত্রিক লোকে জদি সিইতক ভেঁটি দিএ, সিইতে নৰম ৰূপে তাক ৰাখে, আৰু বাট দেখাবলৈ তাৰ লগত মানুহ পঠাই দিএ। ভোজন কৰোঁতে চামুচ কাঁইট আদি ন লই, হাতেৰে থাই। সুৰা, পনিয়ালৰ ৰস, গাহৰি মঙহ, এইবিলাক খোআ নিসেধ। খাজুৰ আৰু কাফি ভাত সৰহকৈ আৰ্জে।

আৰবি লোক আব্ৰাহামৰ পুতেক ইস্মাএলৰ ৰঙহ বুলি কই, আৰু সি অবাধিত মানুহ হৈ আটাই লোকে সৈতে বিৰোধা বিৰুধি হব, সাস্ত্ৰত এই জি কথা ইস্মাএলৰ অৰ্থে লিখা হৈছিল, সেই কথা তাৰ ৰঙহত এতিয়ালৈকে সিদ্ধি হৈছে।

আৰবি লোক প্ৰায়ে ৰজাৰ অৱস; আদিৰে পৰা ৰজা নাই কিয়া হে চেইক অৰ্থাত গামবিলাকৰ তলে থাকে। সেই চেইকবিলোক পূৰনি ৰঙহৰ প্ৰাচিন লোক হোআঁত

ৰৰ অহঙ্কাৰি হৈ বাদস্যাতকৈ আপোনাৰ ৰাৰ ডাঙৰ মানে ।

আৰৱি লোকে মহমদৰ ধৰমত প্ৰৱৰ্ত্তে; মহমদৰ জনম ভুমি সেই দেসেই । খ্ৰিষ্টৰ ৫৬৯ বচৰৰ পাচে মহমদ উপজিল । তেঁওৰ লৰা কালত বাপেক মৰাত, দদায়েকে তেঁওক লৈ তুলি বিদ্যা সিকালে । পাচে খাদিজা নামে একজনি ধনৱন্ত বাঁৰি তিৰোতা বিয়া কৰি চহকি হৈ অনেক বচৰলৈকে সদাগৰি কাম কৰিচিল । ৰমজান মাহত বচৰি বচৰি ৰোজা কৰে; আৰু সেই দেসত অনেক দেও পূজক আচিল দেখি, অকল এক পৰম ইশ্বৰক আৰাধনা কৰোআৰৰ নিমিত্তে ৪০ বচৰৰ বয়সত লোকক ধৰম সিকাবলৈ ধৰিলে । প্ৰথমতে ইশ্বৰৰ দুত গাব্ৰিএলক দেখা পাই ইশ্বৰৰ পাইকম্বৰ অৰ্থাত পাঁচনিৰ বাৰ পাইচোঁ বুলি আপোনাৰ ভাৰ্য্যাক বুজাই তাইৰ বিশ্বাস কৰালে । পাচে ওআৰাক নামে সেই তিৰোতাৰ দদায়েকে তাইৰ কথাৰ দোআৰাই বিশ্বাস কৰিলে; সি খ্ৰিষ্টিয়ান আৰু য়িহুদিৰ সাস্ত্ৰ পৰ্হা মানুহ হৈচিল । ক্ৰমে মহমদৰ ভতিজা আলি, আৰু আবুবিকৰ নামে একজন ভদ্ৰ লোক, আনো কেতবিলাকে লৈতে তেঁওৰ কথা গ্ৰাজ্য কৰিলে । তাৰ পাচে ভাৰ্য্যা মৰিলত মহমদে বলেৰে আপোনাৰ সত্ৰুক দমন কৰিব ধৰিলে; কিন্তু তেঁওৰ মানুহ তাকৰ হেতুকে জুধ কৰিব নোআৰি, সত্ৰুৰ ভয়েৰে অকল আবুবিকৰে লৈতে ৰাতি পলাই গৈ, তিন দিন সিলৰ গাঁতত থাকি পাচে ওলাই মেদিনা নগৰলৈ গল । সেই হিজিৰা অৰ্থাত পলায়ন কৰা কালেই মচলমানৰ আদি সঁক; খ্ৰিষ্টৰ পাচে ৬২২ বচৰ । মেদিনা নগৰত মানুহ কেতবিলাক চপাই মহমদে বেলি দেক সত্ৰুক আক্ৰমন কৰি জিনিলে; কিন্তু হিজিৰাৰ ৩ সঁকত আবুচোফিয়ান নামে এক সেনাপতিএ ৩০০০ ৰনুআ আনি মহমদৰ ফৌজক পৰাজই কৰিলে । কাল ক্ৰমে মহমদৰ সক্তি বাঢ়ি অনেক দেস আৰু ৰাজ্যক জিনি তেঁওৰ ধৰম প্ৰৱৰ্ত্তালে । মাজে মাজে গাব্ৰিএলৰ পৰা জি কথা পালোঁ বুলি কৈচিল, তাক অনেক বেলিএ লিখি আধ্যাই আধ্যাই প্ৰকাস কৰিলে । পুৰ হলত সেই সাস্ত্ৰক কোৰান বোলে; খ্ৰিষ্টিয়ান আৰু য়িহুদি সাস্ত্ৰৰ অনেক কথা সেই কোৰানত সুমাইচে; কিন্তু জগতৰ পৰিত্ৰানৰ নিমিত্তে খ্ৰিষ্টে জি প্ৰাচিত্ত কৰিলে, সেই কথা কোৰানত নাই । হিজিৰাৰ ১১ সঁকত মেদিনা নগৰত তেঁও ম্ৰিত্যু হল । তেঁওৰ জি তিৰোতাবিলাক আচিল, সেই সকলোৰে মাজত আবুবিকৰৰ জিএক আয়স্যাৰ গৰ্ভত ফাটিমা নামে জি জিএক, তাইৰ বাহিৰে তেঁওৰ মৰনৰ পাচত সন্তান নাচিল । সেই ফাটিমাক প্ৰধান ভকত আলিএ বিবাহ কৰিলে ।

মহমদৰ জমম ভুমি মেকা নগৰেই মচলমানৰ তিৰ্থ । তালৈ অনেক দেসৰ অনেক জাত্ৰি গৈ থাকে । তাত থকা মচিদৰ ভিতৰত কাবা নামে এটা কলা সিল আচে; মচলমানে বোলে, গাব্ৰিএলে স্বৰগৰ পৰা তাক আনিলে । জি জাত্ৰিক লোকে তাত সেৱা কৰে, সিবিলাকে সেই সিলক সাত বেলি প্ৰদখিন কৰি বেলিএ পতি চুমা দি জাই ।

মেকাৰ উতৰ ফালে ১৭৬ মাইলৰ আঁতৰত মেদিনা নগৰত বৰ ডাঙৰ সুন্দৰ মচিদ আচে; সেই মচিদত ৪০০ কলা মৰ্মৰ সিলৰ বৰ ডাঙৰ খুঁটা আচে; ভিতৰত মহমদৰ কবৰ আচে, আৰু তাৰ চাৰিও ফালে ৩০০ চাকি সদাই জলাই থই ।

আৰৱ দেসৰ উতৰ পচিম চুকে হোৰব আৰু চিনই পৰ্বত আচে। সেই চিনইৰ ওপৰত মোচাই ইশ্বৰৰ ১০ আগ্যা লিখা সিল পালে, আৰু সেই দেসৰ অৰন্যত ইস্ৰাএল লোকবিলাক অনেক বচৰ ফুৰিচিল ।

আৰৱ দেসৰ দখিন ভোথৰৰ নাম ইএমেন; তাৰ ২০,০০,০০০ প্ৰজাৰ ওপৰত ইমাম নামে একজন অধিকাৰ আচে । তাৰ ৰাজ নগৰ চানাত ২০,০০০ মান নিবাসি লোক । তাৰ ওচৰত সাগৰৰ দাঁতিত আদেন নগৰো

আচে, সেই নগৰ ইঙৰাজিৰ কৰতলিয়া। সেই দেসৰ পুৰ ভাগক মস্কাট বোলে; তাৰো এক ইমাম আচে, প্ৰজাৰ সংখ্যা প্ৰায়ে ইএমেনৰ সমান।

আৰবৰ উতৰ কালে পুৰনি ইদোম দেস আচে, এতিয়া প্ৰায়ে নিৰ্জান অৰন্য। তাত পেত্ৰা নামে এটা বৰ নগৰ আচিল, কিন্তু এহেজাৰ বচৰ মান তাৰ ঠাই কেয়ে নুবুজে, হাবিৰ মাজত এতিয়াহে তাৰ চিন ওলাইচে। তাৰ চাৰিও পোনে ৪০০ হাত মান ওখ সিলৰ পৰ্বতে বেৰি আচে; আৰু সেই সিলত বহু ঘৰ, মঠ, মুৰ্ত্তি, মৈদাম আদি কটা আচে।

## ধৰম কথাৰ সম্বাদ।

Religious Intelligence.

৬ জুলাই তাৰিখত স্ত্ৰীমতি জগৰি, স্ত্ৰীমতি কুন্তি, আৰু স্ত্ৰীমতি বুধি, এই তিনি জনি তিৰোতা মানুহে খ্ৰিষ্টত আস্ৰই লৈ সিৱসাগৰ জিলাত বুৰ পালত, খ্ৰিষ্টিয়ান মণ্ডলিত গ্ৰাজ্য কৰা হল।

আগৰা নগৰত ৪ মেই তাৰিখত পাদুৰি উলিয়ম চাহাবৰ দোআৰাই ৫ জন গোৰা চিপাহিএ বুৰ পালে; আৰু ১ জুন তাৰিখত আন চাৰি জন মানুহো বুৰ দিয়া হৈ মণ্ডলিত গ্ৰাজ্য কৰা হল।

চিতৌৰা নগৰত জুনৰ প্ৰথম দেও বাৰত ৪ জন মানুহে মণ্ডলিত সোমাল।

পাৰ্চি দেসত বৰ্জিচ নামে এজন মিস্যনেৰি পাদুৰিএ সমাচাৰ পত্ৰ চাপি চলাবৰ নিমিত্তে বাদস্যাৰ হুকুম পালে। তাৰ দোআৰাই সেই দেসত ধৰম আৰু গিয়ানৰ কথা বহুল ৰূপে প্ৰকাস হৰ্ব, আমি এনে আসা কৰিচোঁ।

চিলন অৰ্থাত লঙ্কা দিপৰ নিবাসি ত্ৰিনবচ নামে এজন ডেকা মানুহে খ্ৰিষ্টিয়ান ধৰম লোআত তাৰ সহৰেকে পৰিয়ালে সৈতে সেই খ্ৰিষ্টিয়ানৰ ঘৈনিএকক চলাইক মাতি নি ৰাখিলে। পাচে ত্ৰিনবচে মান্দ্ৰাজৰ সোধাৰৰ আগত গোচৰ কৰাত চেৰ উলিয়ম বৰ্নতন চাহাবে সেই তিৰোতাক অনাই পৈএকক দিবলৈ হুকুম দিলে। তাতে সেই তিৰোতাই অমান্তি হৈ মাক বাপেকে সৈতে হাই মাৰি কান্দিবলৈ ধৰিলে, আৰু কচাৰি ঘৰত অনেক বামুন লোকো সোমাই জাত মৰে বুলি ৰৰৈকে এৰাও কৰিলে; তথাপি হুকুম হোআত তিৰোতাক পৈএকৰ হাতত সোধাই দিলে; কিন্তু স্বামিৰ সগত ভাত খুআই বা আন ৰূপে জাত মাৰিবলৈ নিসেধৰ হুকুম দিচে। পাচে মাকে ঘৰৰ বাহিৰ হৈ ওলাই সাগৰত পৰি মৰোঁকু বুলি আপোনাৰ পৈএকক মাতি একাচুমান দ পানিত নামিল, কিন্তু পৈএক ন গল দেখি উভতি আহিল। ত্ৰিনবচৰ তিৰোতাই তাৰ ঘৰলৈ গৈ কিচু দিনৰ পাচে মান্তি হৈ ক্ৰমে মন ভাল হল।

জুলাই ১০ তাৰিখত দ্বাৰিকানাথ ঠাকুৰৰ ভতিজা বাবু গিয়ানেন্দ্ৰনাথ ঠাকুৰ খ্ৰিষ্টিয়ান ধৰম লৈ ইঙৰাজি গিৰ্জাত পাদুৰি ক্ৰিস্ন মোহন বানৰ্জিৰ হতুআই মণ্ডলিত গ্ৰাজ্য কৰা হল।

কলিকতা নগৰৰ ভৱানিপুৰত খ্ৰিষ্টিয়ান বিদ্যালই স্থাপন কৰিবৰ নিমিত্তে পকি ঘৰ সাজিবলৈ লণ্ডন মিস্যনেৰি সমাজে চান্দাৰ দোআৰাই ৬১,০০০ টকা ৰূপ পালে, এতিয়া সেই পকি ঘৰ সাজিবলৈ ধৰিচে। আৰু দুই মাহৰ ভিতৰত সেই বিদ্যালইত সিকা ৫ জন চাত্ৰে আগৰ ধৰম এৰি খ্ৰিষ্টিয়ান ধৰম ললে।

আমেৰিকা দেসত ইস্বৰৰ আত্মাই অনেক মানুহক নিমন্ত্ৰন কৰিচে। নুয়ৰ্ক ৰিকৰ্দৰ নামে ২ এপ্ৰিল তাৰিখৰ এটা সমাচাৰ পত্ৰত এই এই নগৰত বুৰ পোআ সিস্যবিলাকৰ কথা পাইচোঁ। দিত্ৰইত নগৰত ১৮০; মন্তবেত্তেল ১০৫; নিৱাৰ্ক ২১; নুহেবেন ২৩; ত্ৰেন্তন ৪৫; নেত্তমিল পেন্সিলবেনিয়া ৬৩; ফিলাদেলফিয়া ৫৭; লেক্সিংতন মিচুৰি ৩৫; আৰু আন সৰু সৰু গাঁও নগৰত ১৩১।

## জাত্ৰিকৰ জাত্ৰা, ৩ আধ্যা ।

The Pilgrim's Progress, Chapter 3.

খ্ৰিষ্টিয়ানে কলে, এতিয়া মোক জাবলৈ দিয়া; কিন্তু অৰ্থ-দায়কে বুলিলে, ন হই, আৰু কিচু নে দেখাঁও মানে বৈ থাকা; পাচে তুমি আপোনাৰ বাটে দি জাবা। তাতে তেঁও আৰুও তাৰ হাতত ধৰি, জি অতি এন্ধাৰ এখোঁটালিত লোৰ গঁৰালৰ ভিতৰত এটা মানুহ ৰহি আচিল, তালৈ নিলে। সেই মানুহ দেখিবলৈ বৰ দুগিয়া; হাত দাবতি তললৈ মুকৈ চাই বিদই ভগাৰ দৰে দিঘল নিস্বাস কাৰ্হি কাৰ্হি আচিল। তেতিয়া খ্ৰিষ্টিয়ানে সুধিলে, ইয়াৰ কি অৰ্থ? তাতে অৰ্থ-দায়কে খ্ৰিষ্টিয়ানক তাৰে সৈতে কথা হবলৈ বুলিলে।

তেতিয়া খ্ৰিষ্টিয়ানে সেই মানুহত সুধিলে, তুমি কোন? সি উত্তৰ কৰিলে, মই আগেয়ে জি নাচিলোঁ, সেয়ে হৈচোঁ।

খ্ৰিষ্টিয়ান। আগেয়ে কেনে আচিলা?

মানুহ। আগেয়ে মই আপোনাৰ আৰু লোকৰ দ্ৰিষ্টিতো সুন্দৰ ফলৱন্ত খ্ৰিষ্টিয়ান আচিলোঁ; তেতিয়া স্বৰগৰ নগৰলৈ জোআ বাটত আচোঁ বুলি ভাবিলোঁ, আৰু তাত সোমাবলৈ পাম, এনে আসাৰে মোৰ অতিসই আনন্দ আচিল।

খ্ৰিষ্টিয়ান। আৰু এতিয়া নো কেনে আচা?

মানুহ। এতিয়া নিৰসা মানুহ এটা হৈচোঁ; এই লোৰ গঁৰালত জেনেকৈ মোক বন্ধন হোআ দেখিচা, সেই ৰুপে নিৰসাত বন্ধই মুকলি হব নোআৰোঁ; হাই হাই, আৰু মুকলি হবলৈ অসাধ্য।

খ্ৰিষ্টিয়ান। তুমি এনে দুৰাৱস্থাত কেনেকৈ পৰিলা?

মানুহ। পৰ দি থাকি ইন্দ্ৰিয়ক দমন কৰিবলৈ এৰিলোঁ; যৌবাত লাগাম পেলাই দি মেলাৰ দৰে কাম আদিএ মোক নিৰলৈ লাগাম পেলাই দিলোঁ; শাস্ত্ৰৰ বিৰোধে আৰু ইস্বৰৰ দায়াৰ অহিতে পাপ কৰিলোঁ; মই পৱিত্ৰ আত্মাৰ অসন্তোস কৰোআত তেঁও মোক এৰি গল; চইতানক উচটালত সি মোৰ লগ ললেহি; ইস্বৰৰ খঙ তুলিলত তেঁও মোক তিয়াগ কৰিলে; আৰু মোৰ মন আপুনি টান কৰাত তাক এতিয়া পালটাব নোআৰোঁ।

তেতিয়া খ্ৰিষ্টিয়ানে অৰ্থ-দায়কত সুধিলে, এনে মানুহৰ পৰিত্ৰানৰ নিমিত্তে একো আসা নাই নে? অৰ্থ-দায়কে কলে, তুমি তাত সোধা?

তেতিয়া খ্ৰিষ্টিয়ানে তাত সুধিলে, তুমি সদাই এই নিৰাসৰ লোৰ গঁৰালত জেন নে থাকা, এনে একেবিও আসা নাই নে?

মানুহ। একেবিও আসা নাই।

খ্ৰিষ্টিয়ান। কিয়? ধন্যবাদ ইস্বৰৰ পুত্ৰ অতি ক্ৰিপাৱন্ত হৈচে।

মানুহ। মই তেঁওক অপমান কৰি মকৈ পেৰেকনিত বধ কৰিলোঁ; তেঁওৰ ধৰমকো হেলা কৰি তেঁওৰ তেজ অপবিত্ৰ বস্তুৰ দৰে মানিলোঁ, আৰু অনুগ্ৰহেৰে দিয়া আত্মাকো অৱহেলা কৰিলোঁ। এই হেতুকে মই আপোনাক ইস্বৰৰ অঙ্গিকাৰবিলাকৰ পৰা বাজ কৰিলোঁ; এতিয়াৰ পৰা ভয়ঙ্কৰ দণ্ড আগ্যা, আৰু মই সত্ৰুক নাস কৰা অগ্নিময় ক্ৰোধলৈ ভয়েৰে অপেখ্যা, মোলৈ এইবিলাক মাথোন থাকে।

খ্ৰিষ্টিয়ান। তুমি কিহৰ নিমিত্তে আপোনাক এনে দুৰাৱস্থাত পেলালা?

মানুহ। এই জগতৰ জি কাম অভিলাস, সুখ আৰু লাভত মই বৰ ত্ৰিপ্তি ভোগ কৰিম বুলি ভাবিলোঁ, সেইবিলাকৰ নিমিত্তে মই এনে অৱস্থাত পৰিলোঁ; কিন্তু এতিয়া সেই প্ৰতি সুখে মোক কামুৰি অগ্নিময় পোকৰ দৰে খাই থাকে।

খ্ৰিষ্টিয়ান। কিন্তু তুমি এতিয়াও উলটি মন পালটাব নোআৰা নে?

মানুহ। ইস্বৰেহে পালটন কৰিবলৈ নিষেধ কৰিলে; বিস্বাস কৰিবলৈ তেঁওৰ বাক্যত একেবিও আসা দিয়া নাই, তেঁও আপুনিএ মোক এই লোৰ গঁৰালত বন্ধন

কৰিলে, আৰু জগতৰ লোক আটাইবোৰেও মোক মুকলি কৰিব নোআৰে । অস, অস, অনন্ত কাল! অনন্ত কাল! মই অনন্ত কালত জি সাস্তিৰ লগ পাম, তাৰে সৈতে কেনেকৈ যুদ্ধ কৰিম! তেতিয়া অৰ্থ-দায়কে খ্রিষ্টিয়ানত কলে, এই মানুহৰ দুখ তোমাৰ মনত থাকি তোমাক সাৱধান কৰাঁওতা হওক।

খ্রিষ্টিয়ান । স্বৰূপ, আতা, এই কথা বৰ ভয়ঙ্কৰ; এই মানুহৰ দুখ জনমোআ কৰমৰ ডুবৈত জেন থাকোঁ, এই প্রাৰ্থনা কৰিবলৈ, আৰু পৰ দি সাৱধানে থাকিবলৈ ইশ্বৰ মোৰ সহাই হওক । এতিয়া মোৰ বাটে জাবলৈ বেলি ন হল নে?

অৰ্থ-দায়ক । তোমাক আৰু এটা কথা দেখাবৰ নিমিত্তে একেৰিমান ৰবা; পাচে তুমি বাটে দি জাবা ।

তেতিয়া অৰ্থ-দায়কে আকও খ্রিষ্টিয়ানৰ হাতত ধৰি আন এক খোঁটালিলৈ নিলে; তাতে সুই থকা খাটৰ পৰা একজন মানুহ উঠি আপোনাৰ কাপৰ পিন্ধি থাকোঁতে কঁপি কঁপি আছিল । তাতে খ্রিষ্টিয়ানে সুধিলে, ই নো কিয় এনেকৈ কঁপিছে! তেতিয়া অৰ্থ-দায়কে তাৰ কঁপাৰ কাৰন খ্রিষ্টিয়ানত কবলৈ তাক আগ্যা কৰাত সি কবলৈ ধৰি বুলিলে, এই ৰাতি টোপনিত থাকোঁতে মই এটা সমাজিক দেখিলোঁ; তাতে দেখা, আকাস মণ্ডল ঘোৰ এন্ধাৰ হৈ গল, আৰু অতি ভয়ঙ্কৰ মেঘৰ গৰ্জন আৰু বিদুলি হোআত মোৰ মনত বৰ বিয়াকুল লাগিল । এই ৰূপে সমাজিকত ওপৰলৈ চাই থাকোঁতে মেঘবোৰ আচৰিত ৰূপে লৰআই নিয়া দেখিলোঁ । তেতিয়া ভেঁৰিৰ মহা সবদ সুনিলোঁ, আৰু ঘৰগৰ হেজাৰ হেজাৰ লোকেৰে আবৃিত হোআ একজন মানুহকো মেঘৰ ওপৰত বহি থকা দেখিলোঁ; সেই সকলোবিলাক অগ্নিময় বস্ত্ৰেৰে ভূসিত, আৰু আকাস মণ্ডলো জলন্ত অগ্নিৰে পুৰি আছিল । এনে সময়ত, হে মৰা লোক সকল, উঠা, মহা সোধলৈ আঁহাহক, এই বচন সুনা গলত



সিলবোৰ ফাটিল, মৈদামবোৰ মুকলি হল, আৰু তাত জি জি মৃত্যু লোক আছিল, আটাইবিলাক ওলাল; তাৰে কেতবিলাকে বৰ আনন্দিত হৈ ওপৰলৈ চাই থাকিল; আনবোৰে পৰ্বতৰ তলত আপোনাক লুকাবলৈ উপাই বিচাৰিলে । তেতিয়া মই চাই দেখিলোঁ, মেঘত বহি থকা জনে এখান পুথি মেলি জগত খনৰ লোকক আপোনাৰ ওচৰলৈ আহিবলৈ দিলে । কিন্তু সোধ কৰ্তা আৰু অপৰাধত পৰাবিলাকে জি ৰূপে আঁতৰা আঁতৰি হৈ থাকে, সেই ৰূপে তেঁওৰ ওচৰৰ পৰা ওলাই অহা অগ্নিময় সিখাৰ দোআৰাই সিইতকো তেঁওৰ কিছু আঁতৰতে ৰখা হৈছিল । আৰু মেঘত বহা জনক আবৰি থকা পাৰিসদবিলাকত এই আগ্যা দিয়া সুনিলোঁ, বন আৰু ঘুলা আৰু নৰা গোটাই জুয়েৰে পুৰি থকা সৰোবৰত পেলোআগৈ । তেতিয়া মই থকা ঠাইৰ ওচৰতে প্রিথিবি ফাটি তলি নো হোআ কুণ্ড ওলাল; তাৰ মুখৰ বহু ধুঁআ, জুইৰ আঙ্গঠা, আৰু হোঁ হোঁকৈ ভয়ানক সবদো ওলাবলৈ ধৰিলে । সেই পাৰিসদবিলাকত আৰু এক আগ্যা দিয়া হল, ভঁৰালত মোৰ ধান চপাই থোআ । তাকে সুনিএই অনেক লোকক ধৰি মেঘৰ ওপৰলৈ লৈ জোআ দেখিলোঁ; কিন্তু মোক হলে এৰা হল । আৰু মই আপোনাক লুকাবলৈ ইচা কৰিও উপাই নে পালোঁ; কিয়নো মেঘত থকা জনৰ চকুৰ দ্রিষ্টি সদাই মোৰ গাত পৰি আছিল; আৰু মোৰ পাপবিলাকো স্মৰন হোআত মোৰ মনেই সকলো ভাৱে মোক দুসি কৰিলে । এনে সময়ত মই টোপনি ভাগি সাৰ পালোঁ।

খ্রিষ্টিয়ান । তুমি ইয়াক দেখি কিয় এইমান ভয়াতুৰ হলা!

মানুহ । আতা, মই ইয়াকে ভাবিলোঁ, মহা সোধৰ দিন অৱস্যে আহিল, কিন্তু তালৈ মই যুগুত ন হৈও; আৰু দুতবিলাকে অনেকক গোটাই নি মোক এৰিলে, তাৰ কাৰনেহে বৰ ভই পালোঁ; তাত বাজে নৰকৰ

কুওব মুখ মোব অতি ওচবতে মুকলি হল; মোব ভিতবেও মনে মোক বব দুখ দিলে, আক সোধ কর্ত্তাই খঙ্গ মুখ হৈ মোব কাল-লৈ চকুব একে দৃষ্টিবে সদাই চোআ জেন দখিলোঁ।

তাতে অর্থ-দায়কে খ্রিষ্টিয়ানত সুধিলে, তুমি এই সকলো কথা মনত বিবেচনা কবিলা নে?

খ্রিষ্টিয়ান। হই, আতা, কবিলোঁ, আক এইবিলাক কথাত মোব আসা আক ভয়ো লগা হৈছে।

অর্থ-দায়ক। তেন্তে তুমি জাব লগা বাটত তোমাব কোসত খুঁচি ঠেলিবলৈ এইবিলাক কথা কাঁটিব নিচিনাকৈ মনত বাখি থবা। তেতিয়া খ্রিষ্টিয়ানে কঁকাল বান্ধি জাত্রালৈ আপোনাক জুগুত কবিব ধবিলে। তাতে অর্থ-দায়কে তাক আসির্বাদ কবি কলে, হে প্রিয় খ্রিষ্টিয়ান, তোমাক বাজ নগবলৈ জোআ বাট দেখাই নিবলৈ সান্তনা কবোঁতা সদাই তোমাব সহাই হওক।

তেতিয়া খ্রিষ্টিয়ানে আপোনাব বাটে এই বচন গাই গাই গল।

জাত্রাত মোব জি কাম আবম্ভন,
তাত জেন ঠাবব হব মন,
কথা চমত্কাব আচবিত
ইয়াত পালোঁ দবসন;
কেতবোব অতি ঘোব ভয়ানক,
আক কেতবোব মনোহব,
অর্থ-দায়ক উপকাবি
দেখাই দিলে পাপি নব;
সদাই মন জেন মজি থাকে,
মোব এই প্রার্থনা ইস্বব।



লুইচা নামেবে এজনি চোআলিব বিববণ।

The Story of Louisa.—From Abbott's Young Christian.

আমেবিকা দেসত থকা আবট নামেবে এজন ধবম প্রচাবকে এই কথা লিখিছে। মই ধবম প্রচাবক কামত সোমোআব অলপব পাচত লুইচা নামেবে এজনি গাভৰু চোআলি সভাব মাজত দেখিলোঁ। তাইব ৰূপ সুঅনি, আক মুখ আনন্দ হৈ নিকমি আছিল; কিন্তু মই তাইক পবমার্থিক কথাত অচিন্তন আক হেলা কবোঁতা জেন জানিলোঁ। লুইচাক মই ধবম নিন্দা কবা দেখা নাই; কিন্তু সংসাবিক সুখ আক আনন্দত কাল নিয়াই মবনব আগেএ ধবম লৈ সুখেবে মবিম বুলি, এনে ইচ্ছা কবিলে।

এদিনা গধুলি বেলা মই সভাব মাজব পবা কেতবিলাক চোআলিক মোব ঘবলৈ নিমন্ত্রন কবিলোঁ। লুইচাও লগবিয়াবিলাকে সৈতে আহিল। ধবম কথাত সকলো মনদি গ্রাহ্য কবা উচিত, এই কথা টানকৈ কবলৈ মই সিবিলাকক নিমন্ত্রন কবিলোঁ। ধোঁ-টালিব মাজত থকা সকলবো মনত মোব কথা লাগিল; আক মই দেখিলোঁ, লুইচাও ধবম কথাত ভাবিত হল; কিন্তু তাক লুকাবলৈ চেষ্টা কবিলে। পাচব বেলিত গোট খাওতে মই সকলোবে লগত বেলেগে বেলেগে কথা বাত্রা হলোঁ। প্রাই সকলোএ অনন্ত আত্মাব কাবনে চেষ্টা কবাব মন দেখুআলে; কিন্তু লুইচাব মন সকলোতকৈ বেলেগ দেখা হল। তাই সকলো ভবাত আপোনাব মনব কথা লুকাব নোআবিলে, তেও অনাবলৈ লাজ কবিলে।

মই কলোঁ, লুইচা, তুমি আগতকৈ ধবমব বিসই এতিয়া অধিক প্রয়োজনিয় বুলি ভাবিচা নে?

লুইচা। মই নে জানোঁ, মহাচই; খ্রিষ্টিয়ান হবলৈ মোব ইচ্ছা আছে, ইয়াকে ভাবিচোঁ।

প্রচাবক। লুইচা, তুমি আপোনাক পাপি বুলি জানিচা নে?

লুইচা। মই পাপি বুলি জানোঁ, কিয়নো

তেনেকৈ শাস্ত্ৰ কৈছে; কিন্তু মোক মনত পাপৰ নিমিত্তে বৰ খেদ পোৱা নাই।

প্ৰচাৰক। তোমাৰ মন এনে হলে, ইশ্বৰে গ্ৰাহ্য কৰিব বুলি ভাবিছা নে? তেঁও তোমাক সৃজন কৰিলে, আৰু প্ৰতিপালন কৰি তোমাৰ জি জি নানা আশিৰ্ব্বাদ আৰু সুখ আছে, সেই সকলো তেঁৱেই দিছে; তুমি ভালেমান দিন তেঁওৰ উপকাৰ নু সুঁৱৰি জিয়াই থাকি, সদাই ইশ্বৰৰ আগ্যা ভাঙ্গি আছা; আৰু এতিয়া জদি তুমি সকলো মনেৰে আৰু নম্ৰ ভাৱেৰে তোমাৰ পাপ খেমা হবলৈ জতন ন কৰিবা, তেন্তে পাপ সাগৰত ডুবি মৰিবা।

তেনেকৈ আৰুও পাচৰ সপ্তাহৰ সেই সমস্ত গোট খাবলৈ মই খিৰ কৰিলোঁ। সেই সপ্তাহত লুইচা আগেয়ে অহা চোৱালিবিলাক আৰু নকৈ কেতবিলাকে সৈতে দেখা হল। তাইৰ মন ধৰমৰ কথাত অধিককৈ লগা জেন জানিলোঁ। মই কলোঁ, লুইচা, তুমি আজি গধুলি নাহা বুলি ভই কৰিছিলোঁ।

লুইচা। মই এতিয়া জানিচোঁ, অনন্ত আয়ুস বিচাৰিবৰ সময় হল, কিয়নো মই ভালেমান দিন হেলা কৰিলোঁ।

প্ৰচাৰক। লুইচা, তুমি আপোনাকে পাপি বুলি মনত লাগিছে নে?

লুইচা। হয় মহাচয়, মোৰ মনত লাগিছে।

প্ৰচাৰক। লুইচা, তোমাৰ পাপ খেমা কৰিবলৈ ইশ্বৰৰ ওপৰত গোচৰ কৰিব পাৰা নে?

লুইচা। নোৱাৰোঁ; জদি ইশ্বৰে মোক বিনাস কৰে, তেও তেঁওক স্বৰূপ বোলা জাব।

প্ৰচাৰক। বাৰু, লুইচা, তুমি খ্ৰিষ্টৰ নিমিত্তে সংসাৰিক লগৰিয়াবিলাক, আৰু সুখ আদি সকলোকে এৰি ত্ৰান কৰ্ত্তাক মানুহৰ আগত সৈ কাঢ়ি তোমাৰ আগৰ বন্ধুবিলাকৰ পৰা লাজ পোৱাতো সদ আচৰন আৰু সদ ধৰমত কাল নিয়াবলৈ তোমাৰ ইচা আছে নে?

লুইচাই অলপমান ৰৈ, পাচে উত্তৰ দি কলে, সকলোকে এৰিবলৈ মোৰ কিচু সংসই থকাৰ ভই আছে।

পাচৰ সপ্তাহত আগৰ দৰে গোট খাইছিল, কিন্তু লুইচা অলপমান জ্বৰ হোৱাৰ কাৰনে সিবিলাকৰ লগত নাহিল। আৰু এক সপ্তাহ গলত তাই আৰুও আপুনি দেখা দিলে, কিন্তু তাইৰ ধৰমৰ উচাহ কম হোৱা বুজি মোৰ মনত বৰ দুখ লাগিল; কিয়নো ধৰম আত্মাই তাইক এৰিলে। সেই দিনৰ পৰা মই লুইচাক মোৰ ঘৰত আৰুও দেখিবলৈ নে পালোঁ; কিন্তু এনেকুৱা গোট খোৱা ভালেমান দিন থকাত লুইচাৰ মিতিৰ কেতবিলাক প্ৰভু য়িচুৰ সিস্য হল বুলি মোৰ আসাৰ কাৰন আছে।

দুই তিনি মাহৰ পাচত লুইচা নৰিয়া হোৱাত মোক দেখিবলৈ ইচা কৰি বাত্ৰা পঠালে। এই কথা সুনিবৰ অলপৰ পাচত মই তাইৰ খোঁটালিত সোমালোঁ। লুইচাৰ বৰকৈ পানি লাগি জ্বৰ হল। মই খোঁটালিত সোমাই তাইৰ মন উদ্বিগ্ন হোৱা দেখি তাইত সুধিলোঁ; লুইচা, তুমি কেনে আছা? তাই আপোনাৰ মুখ হাতেৰে ঢাকি বৰকৈ কান্দিবলৈ ধৰিলে। তাইৰ মনত এনে দুখ দেখি মই সান্ত্বনা দিবলৈ চেষ্টা কৰিলোঁ। কিন্তু লুইচাই কলে, মহাচয়, মই নৰিয়া হৈছোঁ, কি জানি মৰিম, ধৰমিয়া ন হলোঁ জেন জানোঁ; হাই হাই, এনে মন হোৱাত মই জদি মৰোঁ, মোৰ কি গতি হব! মোৰ কি হব? এনেকৈ কঁওতে তাইৰ চকুৰ লো বৈ গল।

মই কি কম, তাক নে জানিলোঁ। লুইচাই জি জি কলে, সেই সকলো স্বৰূপ; তাই বৰ বেমাৰ আছিলে হই, আৰু লগতেই বাতুল হব পাৰে, কি জানি মৰনো ওচৰ হল, লুইচাৰ মনত এইবিলাক ভাবনা লাগিল। তৰে পুৰি পুৰি আছিল, কিন্তু ওচৰ হোৱা ঈশ্বৰৰ সোধক সুঁৱৰি তাই নৰিয়াৰ [illegible] দুখ পাহৰিলে।

মই ত্রান কর্ত্তাৰ প্রেমৰ কথা ক..., মন পালটোআৰ কাৰনে বহু... য়া ...ঙ্গিকাৰৰ কথা বুজালোঁ; ধৌৰ্জ্জে ... তাইৰ আত্মা ত্রান কৰ্ত্তাৰ হাতত সোধাই দিবলৈ মই অনেক উপাই দেখুআলোঁ; কিন্তু মোৰ সকলো কাৰ্য্যৰ নিস্ফল হল।

তাইক এনেকুআ দেখাতে মনত বৰ দুখ পালোঁ। সৰিলৰ টান জৰ, আৰু উগুল থগুল হোআ মনৰ বেদনাৰ কাৰনে তাই নি স্তিৰোআকৈ কেঁকালে।

পাচৰ দিনা মই লুইচাক আকও দেখিবলৈ গলোঁ। খোঁটালিত সোমাই মই প্রথম দর্সনত নিৰসাৰ আক্রিতি মুখত দেখি, মনতে ভাবিলোঁ, হাই হাই, দুৰ্ভগিয়া চোআলি! সান্ত্র মেলি তাইলৈ মই ধন বই কৰাঁওতা পুতেকৰ কথা পৰ্হিলোঁ।

লুইচাই কলে, হাই হাই, মহাচই, এই অঙ্গিকাৰৰ কথা মোৰ নিমিতে কোআ ন হই, এনে মই ভাবিচোঁ। মোৰ দুখ পোআ আত্মাৰ নিমিতে কোনো সান্তুনা নে দেখোঁ। মোৰ পাপ খেমা হোআ হলে, মই কিমান আনন্দ পালোঁহেঁতেন, কিন্তু এতিয়া হাই হাই! এই কথা কঁওতেই তাইৰ মাত জিকাৰ মাৰি বল। তাই এতিয়া মৰিব বুলি বিচনাৰ চাৰিও ফালে থকাবিলাকৰ ভই হল। পাচ দিনা বাতি পুআ মই লুইচাৰ খোঁটালিলৈ গৈ তাইৰ মুখত অতি নিৰসাৰ চিন দেখিলোঁ। ম্রিত্যু ওচৰ বুলি জানিলোঁ। তাইৰ লগৰিয়া মিতিৰবিলাক বিচনাৰ চাৰিও কালে আছিল। সৰিল ভাল থাকোঁতেই মৰনলৈ জুগুত হবলৈ লুইচাই সিবিলাকক চেতনা কৰিবৰ নিমিতে বৰ চেনেহেৰে কলে, বোলে, মই জানোঁ, জি কোনোএ অকপট মনেৰে পাপৰ নিমিতে খেদ কৰে, সিবিলাকক ইশ্বৰে পাপৰ খেমা কৰিবলৈ জুগুত আচে; কিন্তু মোৰ খেদ পাপৰ নিমিতে ন হই, অকল পাপৰ সাস্তিৰ নিমিতেহে আচে।

আবেলি বেলা মই আকও গলোঁ। তাই বলিয়াৰ দৰে গিয়ান হেৰুআ দেখিলোঁ। সকলোৰে চকুৰ (... ৰৈ পৰিলতো লুইচাই সিবিলাকৰ সোক আৰু ক্রন্দন নে দেখিলে, আৰু নু সুনিলে।

পাচ দিনা বাতি পুআ মই লুইচাৰ কথা সুধিবলৈ গৈচিলোঁ, আৰু তাই মৰিল, এনে উত্তৰ সুনিলোঁ।

মই সুধিলোঁ, মৰনৰ আগেয়ে লুইচাই আকও গিয়ান পোআ নাই নে? সিহঁতে কলে, তাইৰ উসাহ জোআ অলপৰ আগেয়ে গিয়ান পোআ জেন দেখা হল; কিন্তু তেতিয়া মৰাৰ নিচিনা হোআত তাই কি কি কলে, আমি বুজিব নোআৰিলোঁ।

লুইচাৰ সৰিল এতিয়া মাটিত লিন হৈ গৈচে; আৰু তাইৰ আত্মা জি ঠাইত আচে, ভাল হওক বা বেয়া হওক কেতিয়াও সেই ঠাই সলাব নোআৰে। G. D.



## দেস বিদেসৰ বস্তুৰ মহা দর্সন।

**Opening of the Great Exhibition.**

সমাচাৰ দৰ্পনত লিখিচে, মেই মাহৰ সম্বাদ পত্র বিলাইতৰ পৰা আহি, মহা ৰানিৰ পতি প্রিন্স আলবর্ত্তে জি মহা দর্সন পাতিচে, তাৰ বাহিৰে প্রাই একো বাত্রা ন কই। প্রিথিবিৰ স্রিষ্টি হোআৰে পৰা কোনো সময়ত কোনো দেসত এনেকুআ অতি অপূৰ্ব সম্পতি জুক্ত, ঐশ্বৰ্জ্জৰ প্রকাস, আৰু মনক মোহা কৰম কেতিয়াও মানুহে দেখিবলৈ পোআ নাই।

ইঙ্গলণ্ড দেশত থকা ভদ্র তাৰৰ লোক, আৰু জগতৰ বিদ্যাৱন্ত, জনন্যা পোআ সকলো প্ৰধানবিলাকে অমৰাৱতিৰ তুল্য সেই আচৰিত দিপ্তিমন্ত আৰু সোভিত বেলোনৰ তলাতল ঘৰত সেই মাহৰ প্ৰথম দিনত গোট খাই অনেক ৰাজ্যৰ অধিপতি মহা ৰানি বিক্তৰিয়াৰ ওচৰলৈ গৈ আপোন ৰিতি অনুসৰি সম্ভ্ৰমেৰে বিনই ৰূপে সম্ভাসা কৰিলে। সেই মহা দৰ্সনৰ ক্লি সম্পতি, তাৰ প্ৰতাপ, ঐশ্বৰ্জ, আৰু সোভা কথাৰে মানুহে বৰ্নাব পাৰে, তথাপি সেই লোকবিলাকৰ মাজৰ কোনোৰ কি অহঙ্কাৰ, কোনোৰ কি নম্ৰ ভাবনা, কোনোৰ কি ধৰম কথা, স্বদেসলৈ কোনোৰ কি প্ৰিতি, এই সকলো কথা বৰ্নাবলৈ বাক্‌পতিৰো অসাধ্য। সেই ঘৰৰ ভিতৰত অনেক দেসি ভেৰ কুৰি হেজাৰ মুনিহ তিৰোতাবিলাকে অনেক অলঙ্কাৰ ভাল বস্ত্ৰ পিন্ধি আনন্দ মনেৰে ফুৰি প্ৰিথিবিৰ অপূৰ্ব চমত্‌কাৰ বজাৰ দেখি, সকলো চকু ত্ৰিপ্তি কৰা হল। ঘৰৰ বাহিৰে প্ৰাই পাঁচ লাখ মানুহে মহা ৰানিক জয়ধনি কৰাৰ সবদে প্ৰিথিবি আৰু আকাস জুৰিলে। কিন্তু সেই কথা লিখিবলৈ আমাৰ প্ৰয়োজন নাই, কিয়নো মহা ভাৰতত তাৰ বিবৰন সুন্দৰ ৰূপে লিখা আছে; দুই এক কথা মাথোন তাৰতম্য কৰা হল।

সেই থানে গৈ আমি সব নৰ নাৰি,
দেখিলোঁ অদ্ভুত কম কহিতে না পাৰি;
তাৰ অন্ত নাহিক, নাহিক পৰিমান,
মনোনিত সেই সভা ৰানিৰ নিৰ্মান।
চন্দ্ৰ সূৰ্জ জিনি সিতো সভা প্ৰকাসিছে,
সভা দেখি চকু নে জাই, নগুনে সোভিছে;
সিল্প ভৰ দ্ৰব্য সব দৰ্সকে দেখাই,
সুখে প্ৰজাগনে থাকে দেখিয়া তথাই।



## পুৰনি অসম বুৰঞ্জি, নং ১২।

Dihingia Roja—War with the Kacharis.

লাকনি প্লেকচি (৪৬) সকত আঘোনৰ দিনত ৰজা দেৱে চুলেং চাৰিঙ্গ ৰজাকে, থাওমুং-চেনৰ, বৰুচেনৰ, এই তিনিক নামৰূপত থাকিব দিলে। লাকনি কাতচেও সকত থামজাঙ্গৰ পৰা নৰাই আহি ৰজা দেৱৰ আগত গোচৰ দিলেহি; বোলে, নগাৰ নিমিত্তে সি ঠাইত বৰ নোআৰোঁ, বৰ জোঁট কৰিছে, পাচে ৰজা দেৱে সুনি থাকিল। নগা গাঁৱৰ লেখা, মলোন ১, নঙ্গু ১, লুকনা ১, তাৰু ১, এই সকল তাটিৰ গাঁও; পাপুক ১, থামতেন ১, চিতু ১, চিৰু ১, এই কেই খন উজনিৰ গাঁও। দুই ঠাইৰ নগা এঠাই হৈ জুধ ধৰিব খোজে, বোল বচনো ন কৰে; ৰজা দেৱে এই কথা সুনি, ত্যাওচুত্যোও, থাওমুংমুং, খুচংতাং, চুকুংবিন, এই সকলক পঠাই নগাক ধৰিব দিলে। আৰু ত্যাওচুলঙ্গক পঠাই ক্লাকাই ১, তাইচিতং ১, চিৰিং ১, এই তিনি নগা গাঁও ধৰিব দিলেগৈ; পাচে আগে পঁচাবোৰে নামৰূপ পাই গৰ দি জাথুং নগাক জুধ ধৰি পালে। পাচে ত্যাওচুত্যোও নৰিয়া পৰি ওলাই আহিল, চুলেংচাৰিঙ্গ ৰজা ডাঙ্গৰিয়া সকলে সৈতে নগাক জুধ জিনিলে। চুকাফা ৰজা দেৱে থৈ অহা হাতি টঙ্গি থন থামজঙ্গিয়া নৰাই চুলেংচাৰিঙ্গ ৰজাৰ হাতত দিলেহি। পাকুং নামে গাঁৱত এই কথা।

তাৰ পৰা আমাৰ সকলো থামজাঙ্গলৈ আহিল। পাচে থামজঙ্গিয়া নৰাই ঘোঁৰা আঠোটা, খেহ কাপৰ আঠ থন, এই দ্ৰব্য ৰজা দেৱলৈ দি পঠালে। পাচে চুলেং চাৰিঙ্গ ৰজা মুংজাঙ্গলৈ আহিল, তাৰো পৰা মুংখুঙ্গলৈ আহিল, তাৰো পৰা কাংত্যোওলৈ আহিল, তাৰ পৰা ফাকেওলৈ আহিল। পাচে ফাকেও ৰজাৰ ঠাইলৈ চুলেং চাৰিঙ্গ ৰজা লাওজাংমাক ৰৰাই আনিবলৈ আমাৰ কটকি পঠালে। আমাৰ কটকিএ সিইঁতক ৰৰাই থামজাঙ্গলৈ আনিলে। চুলেং

চাৰিঙ্গ ৰজা খামজাঙ্গৰ পৰা মেঠোন এস আনি পৰ্ব্বতত সেৱা কৰিলেহি ৰজা দেৱক। লাক্ৰুনি খুতচিঙ্গা সঁকত ৰজা দেৱে চুক্লংফা তিপাম ৰজাকে, চুতেং নামকপিয়া ৰজাকে, বৰ গোঁহাই ত্যাওচুলুং চেনবক, এই সকলক জাকতুঙ্গলৈ পাঁচিলে; পাচে ৰজা দেৱে থাওমুংকতকেৰে গৈ জাকতুঙ্গত ৰলগৈ। পাচে চুলেঙ্গ চাৰিং ৰজাকে চুখ্ৰেং সৰু গোঁহাইকে নামচঙ্গিয়া নগা গাঁৱত থাকিব দিলেগৈ। নগা গাঁৱৰ লেখা, জাকতুঙ্গ ১ চাঙ্গান ১, জুনফান ১, চান্তাই ১, এই কেই গাঁৱৰ নগা জাকতুঙ্গিয়াৰে এটাই হৈ তাৰ লঙ্গিয়াত সোমালগৈ। পাচে সকলো নগা ভাগি গৈ ৰৰকনাত সোমাবৰ দেখি, চুক্লংফা তিপাম ৰজা সৈন্যে সহিতে ৰাতিএ তাৰ পৰা উলটি আহি তাতে আমাৰ বৰ হিলৈ চাইটা এৰি আহিল। পাচে চুহমুংফা ৰজা দেৱে সৈন্যে সহিতে তাৰ পৰা উলটি আহি গৰগাঁৱত থাকিলহি; পাচে নগাই বৰ হিলৈ এটা ভেঁটি পঠালে।

ৰজা দেৱে গৰগাঁৱৰ পৰা দিহিঙ্গলৈ গল; আত পাচে ৰজা দেৱে ত্যাওচুতেঙ্গক জুধৰ সেনাপতি পাতিলে। ত্যাওচুলেং চাৰিঙ্গ ৰজা, থাওমুংকতক, চুহনক, চুভাং, কুংৰিং, তাইমুংক্লাং, এই সকলক কচাৰিৰ নেওচুং ৰজাক জুধ কৰিবলৈ পঠালে, ইবোৰেও গৈ মৰঙ্গিত ৰলগৈ। চুক্লংফা তিপাম ৰজা, তংখাম বৰ গোঁহাই, তাইমুংলুঙ্গ, এই তিনিএ ৰজা দেৱৰ লগ ললেগৈ। পাচে বৰ পাত্ৰ গোঁহাই নগা জুধৰ পৰা আহি ৰজা দেৱৰ লগ ধৰিলেহি। পাচে বৰ পাত্ৰ গোঁহাইকো, বৰ গোঁহাইকো, ত্যাওচুতেঙ্গকো, চুলেং চাৰিঙ্গ ৰজাৰ লগত ভৰ দিব দিলেগৈ। পাচে ৰানফু গাঁৱত চুতেং নাম কৰিয়া ৰজা, চুলেং চাৰিঙ্গ ৰজা, বৰ পাত্ৰ গোঁহাই, এই তিনিও গৈ কোঁঠতে ধৰিলেগৈ। তংখাম্ বৰ গোঁহাই, থাওমুংকতক, চুতেঙ্গ, মুংলুং, মুংক্লাং, এই সকলক সৈন্যাদৰ ৰাটে ৰাম কালে পঠালে। চুহনৰ অইপতি কুমৰ, লেচাই তামুলি, ত্যাওচাংৰাই, এই সকলক নৌ কালে পঠালে; এই দৰে দুয়ো কালে নাৱে উজাই গল। পাচে থাওমুং নাংলাই, অইপতি কোঁঅৰ, এই দুয়ো নাৱেৰে খেদি গৈ গৰত ধৰিলেগৈ। পাচে কচাৰিএ তিনটা খোঁৰাৰে ৰাপিলৈ খেদি আহি আমাৰ লোকক বোলে, খোঁৰা কপ আনিচোঁ, তইতে নাও চপাই লৈ আহ, এই বুলি কচাৰিএ আহি বৰ হিলৈ মাৰিব ধৰিলে। পাচে আমাৰ লোকে পানিৰ মাজৰ পৰা দেখি ভৰ দি ধৰিলেগৈ। পাচে কচাৰি ৰজা খমকি এক চুকে গল। পূৰ্ব্বৰ হিলৈ মৰা গুলি লাগি আমাৰ মানুহ এটা মৰিলে। তংখাম্ বৰ গোঁহাই ১, থাওমুংকতক ১, এই দুজনাই জুধ কৰিলেগৈ, পাচে ৰামফু গাঁৱত ৰলগৈ। আমাৰ মানুহ দুই চাৰি ঘা খাই আহি, গোঁহাই দেও দুজনাতে বৰ পাত্ৰৰ আগতে কলেহি। পাচে সিবোলাকে এই কথা সুনি চুলেং চাৰিঙ্গ ৰজাক সিবোৰৰ লগত ভৰ দিব দিলেগৈ; চুলেং গোঁহাই দেৱো পালতগৈ কচাৰি ভাগি পলাল। পাচে আমাৰ মানুহে খেদি গৈ কচাৰিক কাটি নংলাপলৈ উলটি আহোঁতে তিৰতাপাই নামে কচাৰি এটা জিয়াই ধৰি আনি তাত সুধিলে, বোলে, তোৰ ৰজা কত আচেগৈ? সি বোলে, দলৈগিৰি পৰ্ব্বতত আচেগৈ গৰ কৰি, নাৱৰ মাৰ নাছি অতৰ হৈ আচে পাৰ হবলৈ বুলি। পাচে আমাৰ লোকে নামতিমা জানে উজাই গৈ পালেগৈ। পাচে তাৰো পৰা কচাৰি ৰজা গৰ এৰি পলাই লেঙ্কুৰিয়াত ৰলগৈ। তাৰো পৰা নগৰলৈ গল, আমাৰ লোকে পাচে পাচে খেদি গৈ ইটাৰ নগৰ পালেগৈ। পাচে নেওচুং কচাৰি ৰজা নগৰ এৰি পলাই ভেমেৰা পালেগৈ; ভেমেৰা নগৰকো এৰি পলাল। চুক্লংমুং তিপাম ৰজা ভাভাঙ্গৰিয়াই সৈতে সুদা নগৰহে পালেগৈ; দুজনা কোঁঅৰো ৰাজ্যে সমনিতে পাচত পালেগৈ। পাচে সমস্ত লোকে সুদা নগৰত কচাৰি ৰজাৰ তিনি জনি কুঁঅৰি পালে, ৰজাৰ মাককো পালে। নেও-

চুং কচাৰি ৰজাৰ পুতেক মাত্যমুৰৰ মুৰ কাটি আনি মাকক দেখালেহি, বোলে, তোৰ পুতেৰৰ মুৰ হই ন হই! মাকে বোলে হই; এই বুলি কলত মাককো খুচি মাৰিলে। পাচে তাজৰিয়া সকলে নেওচুং কচাৰি ৰজাৰ সোন ৰূপৰ ডণ্ড, সোন ৰূপৰ খাট, সোন ৰূপো বিস্তৰ পাই আনি, কুঁহিয়াৰ বাৰিত ৰজা দেৱক দিলেহি। পাচে ৰজা দেৱে সৈন্যে সৈতে আপোনাৰ ৰাজ্যৈল আহি, ল্লেকু ল্লেতাম কৰিলেহি। পাচে নেওচুং কচাৰি ৰজাৰ মুৰ আনি পৰ্বতত মুণ্ড মালা বান্ধিলেহি।

---

## মাটিত খানি উলিওআ ৰূপ।

Coins dug up at Rongpur and Gorgaung



Rupee of the Mogul Emperor Shah Jehan, struck at Patna, A. D. 1631.

পণ্ডিতবিলাকে এই ৰূপে ইয়াক পঢ়ে, বাদ্‌স্যা গাজি স্যা জেহান স্যোহাব উদিন মহমদ চাহেব কেৰান চানি, ১০৪১; অৰ্থাত মহা ৰজা স্যা জেহান স্যোহাব উদিন মহমদ দুতিয় দৈবাধিকাৰ, মচলমানৰ সঁক ১০৪১. ইং সঁক ১৬৩১। সি ফালে, লা এলাহ এলালাহ্ মহমদ ৰচুলালা, অৰ্থাত পৰম ইশ্বৰ একনাৰ বাহিৰে আন ইশ্বৰ নাই; আৰু মহমদ ইশ্বৰৰ পাইকম্বৰ। জৰ্বে পাটনা এলাহি চহৰ মুৰমাহ্! ৪; অৰ্থাত্‌ ভোগৰ ৪ বচৰত পাটনা চন্দ্ৰমই ঐৰৰিক নগৰত মৰা ৰূপ।



Char-yari Rupee of Shah Jehan, Struck at Agra, A. D. 1630.

বাদস্যা গাজি স্যা জেহান স্যোহাব উদিন চাহেব কেৰান চানি, জৰ্বে আকুবৰাবাদ ১২; অৰ্থাত মহা ৰজা স্যা জেহান স্যোহাব উদিন দুতিয় দৈবাধিকাৰ, ভোগৰ ১২ বচৰত আগৰা নগৰত মৰা ৰূপ। সি লুটিৰ ভিতৰে, লা এলাহ্ এলালাহ্ মহমদ ৰচুলালা; ১০৪৮, অৰ্থাত ইং সঁক ১৬৩৯। আৰু বাহিৰ ফালে মহমদৰ চাৰি য়াৰ, অৰ্থাত চাৰি মিত্ৰিৰ নাম; চাদেক আবুবিকৰ, ও আদল ওমৰ, নাদৰ মিৰ ওস্মান, ও অলিম আলি; অৰ্থাত পৰমাৰ্থিক আবুবিকৰ, নিয়ায়ৱন্ত ওমৰ, শ্ৰেষ্ট অধিকাৰ ওস্মান, আৰু বিদ্যাৱন্ত আলি; এই কেইটা নাম লিখা আচে।



Ruppo of the Emperor Aurungzeb, dug up at Gorgaung. Struck A. D. 1664?

আলমগিৰ আওৰংজেব স্যা দৰ জেহান জো বদ্রে মনিৰ; অৰ্থাত জগতৰ অধিকাৰ আওৰংজেব স্যা, প্ৰিথিবিৰ মাজত চন্দ্ৰৰ তুল্য। সি লুটিএ, মানুচ মইমানত জলুচ সন, অৰ্থাত সুভাগ্য ভোগৰ অমুক বচৰ। ভোগৰ বচৰ ৭ জেন দেখি আনবোৰ সঁক খই গল।



Rupee of the Emperor Aurungzeb, struck A. D. 1697.

আলমগিৰ আওৰংজেব স্যা, জদ জো বদ্রে মনিৰ চিকা দৰ জেহান ১১০৮; অৰ্থাত জগতৰ ৰজা আওৰংজেব স্যা, প্ৰিথিবিৰ মাজত চন্দ্ৰৰ নিচিনা তেঁওৰ মোহৰ; ইং সঁক ১৬৯৭। সি লুটিএ, মানুচ মইমনত জলুচ সন ৪০ জৰ্বে আতাৱা; অৰ্থাত সুভাগ্য ভোগৰ ৪০ বচৰত আতাৱা নগৰত মৰা ৰূপ।

স্যা জেহানৰ অৰ্থ, প্ৰিথিবিৰ ৰজা; আওৰংজেবৰ অৰ্থ, সিংহাসন সোভিত কৰোঁতা।

## কুট অঙ্কৰ গননা।

Arithmetical Questions.

১। চাইটা নলা থকা এটা মুকান পুখুৰিৰ তিনটা নলা মাৰি থৈ পুবৰটো মেলিলে এদিনে পুখুৰি পুৰ হই; আন তিনটা মাৰি দখিনৰটো মেলিলে দিনৰ আধাৰে পুৰ হই; এই ৰূপে পচিমৰটো মেলিলে দিনৰ তিনি ভাগৰ এভাগে পুৰ হই; উত্তৰৰটো মেলিলে দিনৰ চভাগৰ এভাগে পুৰ হই; চাৰিওটা একে বাৰে মেলিলে দিনৰ কিমানে পুৰ হই?

উত্তৰ।

পুবৰ নলাই পানি সোমাই এদিনত ১ পুখুৰি পুৰ হব; দখিনৰটেৰে ২ পুখুৰি পুৰ হব; পচিমৰটেৰে ৩ পুখুৰি, আৰু উত্তৰৰটো নলাৰে ৬ পুখুৰি পুৰ হব; মুঠে আটাই নলাৰে এনে ১২ টা পুখুৰিৰ পানি এদিনত সোমাই; তেন্তে দিনটৰ ১২ ভাগৰ এভাগে আটাই নলাৰে এক পুখুৰি পুৰ হব।

২। দুজন বেপাৰি বেহালৈ গৈ এটা মানিকৰ উত্তম আঙ্গটি দেখি দুইটাৰ লবৰ বাঞ্চা হোআত তাৰ দাম ১১০০ আৰেৰ স টকা হই; তাতে সম্পুৰ্ন ৰূপে এজনৰো ন থকাত এজনে কলে, তোমাৰ মোট টকাৰ ২৩ ভাগৰ ১১ ভাগ দিয়া, তেহে মোৰ ধনে সৈতে ১১০০ টকা হব, মই আঙ্গটি লম। আনটোএ বোলে, তোমাৰ মোট টকাৰ ১১ ভাগৰ তিনি ভাগ দিয়া, তেহে মোৰে সৈতে ১১০০ টকা হব, আঙ্গটি কিনি লম। সিবিলাকৰ কাৰ কিমান টকা আছিল, তাক কব লাগে।

উত্তৰ।

এটাৰ হাতত ৬৬০ টকা আছিল; সিটৰ হাতত ৯২০ টকা।

৩। এটা সদাগৰে এখন নাও লৈ, ১৩৭-২৫৭ টকা সঙ্গে নি বেহালৈ গৈ, প্ৰথমে এক জিলাত বেপাৰ কৰি ৭ গুন লাভ পাই, তাৰ মাজৰ কিছু টকা আপোন ঘৰলৈ পঠাই; বাকি টকা লৈ পুনৰ এক জিলাত বেপাৰ কৰি পুৰ্বৰ দৰে ৭ গুন লাভ পাই, তাৰে পুৰ্বে পঠোআ সমানে টকা ঘৰলৈ পঠাই; সেস টকাৰে আকও আন জিলাত বেপাৰ কৰি পুৰ্বৰ সমান লাভ পাই পুৰ্বৰ দৰে ঘৰে পঠাই; এই ক্ৰমে সাত জিলাত বেপাৰ কৰি ৭।৭ গুন লাভ পাই, ৭ বাৰ সমানে ঘৰলৈ হুণ্ডি কৰি সেসত সদাগৰৰ হাতত কিচু নে থাকিল; সুদা নাৱেৰে ঘৰলৈ গল। কত টকা হুণ্ডি কৰিলে? মোটে বা কত টকা লাভ হল? ইয়াৰ সংখ্যা দিব লাগে।

উত্তৰ।

সাতক সাতেৰে সাত বেলিলৈকে পুৰিব লাগে, ৭×৭×৭×৭×৭×৭×৭=৮২৩৫৪৩, ইয়াক বেলিএ বেলিএ ঘৰলৈ পঠোআ ধনৰ সংখ্যা বুজিবা।

৪। এজন গিৰিহতে ২০ টকা ৰূপ দি ২০ পুৰা মাটি কিনিলে; কেতখনি বাম, কেতখনি ৰূপিত। এপুৰা বাম আৰু এপুৰা ৰূপিত মাটি, এনে দুই পুৰাৰ মোট দাম ২০ টকা। সেই গিৰিহতে কিমান বাম আৰু কিমান ৰূপিত মাটি কিনিলে, আৰু বিঘে বিঘে কি তাৰে ললে?

উত্তৰ।

সি বাম মাটি ১ হালচা ৩ কঠা, আৰু ৰূপিত ১৯ পুৰা ২ হালচা ২ কঠা কিনিলে; বাম মাটিৰ দৰ পুৰাত ১৯ টকা ।৵ অনা, ৰূপিতৰ দৰ পুৰাত ৷৷৵ অনা; সেই বাম মাটি ১ হালচা ৩ কঠাত ৭ টকা ৶ মহা দিলে, ৰূপিতত ১২ টকা । মহা, মোটে ২০ টকা দিলে। বুজা জাই, ঘৰৰ ভেঁটীলৈ বাম মাটি একেবি মৰগকৈ ললে।



## নগাঁৱত মাউৰ লগাৰ কথা ।

Cholera at Nowgong.

জুন মাহত জিলা নগাঁৱত মাউৰে ধৰাত অনেক মানুহ মৰিচে । সদাই মানুহ মৰা দেখি মানুহবিলাকৰ মনত সুখ সান্তি নাই । কেৱল অধিৰ হৈ মনত বৰ ভই লাগি মানুহবিলাকে বোলে, আমিও নো এই বেলি জিম নে? মৰাবোৰ মৰিচেই হই, কিন্তু আমাবো এই বাৰ জিয়াৰ আগন্তুক নাই, এনে পৰাচত জিম জেন বুলি কেৰে আসা ন কৰিবাইক, কি জানি এই বাৰতেই ইশ্বৰে সকলোকে সংহাৰ কৰে, সকলোএ গোট খাই ইশ্বৰৰ নামকে লওইক । এই বুলি মানুহবোৰে গোট খাই লৰা তিৰোতা তেকা বুৰা সকলোএ সভা পাতি গাঁৱে গাঁৱে দুয়ো বেলা নাম লৈচে । আৰু বঙ্গালিবোৰেও গোট খাই ভাল ম্রিদঙ্গ লৈ ৩ বজাৰ পৰা ৰাতি ৮।৯ বজালৈকে নগৰৰ আলি বাটে বাটে কির্ত্তন কৰি কৰি দেসত গাঁৱলৈ জাই । পাচে চোতালতে বা পদুলি মুৰতে আটাইবোৰে ভাল খোল বজাই হাত দাঙ্গি ঘুৰি ঘুৰি কির্ত্তন কৰি থাকোঁতেই ঘৰৰ পৰা গিৰিহঁতে আনি চেনি, বা বাতাচা, বা আন ভাল উপহাৰ বস্তু হৰিৰ লুট বুলি সকলোৰে মুৰৰ ওপৰত সিঁচি সিঁচি দিএ; পাচে মানুহবোৰে বুটলি বুটলি খাই । আৰু পল্টনিয়াবোৰে হলে পাৰ, চাগলি, হাঁহ, আৰু নৈবেদ্যো লৈতে গোটাই লৈ কলঙ্গ নদিলৈ নি পানিৰ ওচৰতে পুজা দি প্রার্থনা কৰি তাতে এৰি আহে । এই মতে জেয়ে জিহকে হই, তাকে কৰিচে, কিন্তু এইবোৰ কৰাত উপসাম হোআ নাই, মৰিহে আচে, অচম্রিয়া উপাইৰ পৰা এটিও ৰখ্যা পোআ নাই; কিন্তু পাদুৰি চাহাবৰ পৰা কিচু মানুহ জিচে । সেয়ে নো কেনেকৈ জিচে, শ্রীযুত বুনচন চাহাবে আমেৰিকাৰ পৰা আহোঁতে, তেঁও নতুন ভাল দৰৱ কিচু লৈ আহিচিল; সেই দৰবকে নি জি জি খুআইচেনি, সেয়ে ৰখ্যা পৰিচে, আৰু ওচৰৰ চাৰিও ফালে জি জি পৰিচে, তাক হলে শ্রীযুত ইতুৰ্দর্গ পাদুৰি চাহাবেও দেৰাই দিএ, দেৰাই খুআই ঘনে ঘনে বাক্সা লৈ থাকে; তেও জদি পেট জাই, বা বাঁতি হই, আৰুও আন ৰকমৰ দেৰাই খুআই, বেলিএ বেলিএ চাহাবে নিজেই গৈ হাত তৰি পিটিকি চাই তদাৰক কৰি থাকে । আৰু ইকুলৰ লৰা গোটা চাৰেক পৰিচিল, সেই দৰে চাহাবে মেমে দুয়ো দেৰাই দি তদাৰক কৰি ভাল কৰিলে । আৰু সকলোতে কৈচে, জাৰ জাৰ বেমাৰ হই, মোৰ এখেৰ দেৰাই নি খুআবাগৈ । এই দৰে আমাৰ চাহাবে মেমে বুনচন চাহাবেও সকলোৰে ৰখ্যাৰ উপাই চিন্তিচে । মা

---

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

এপ্রিল মাহৰ অৰুণোদইত ব্রহ্মপুত্রৰ গৰাত ধন পোআ কথা লিখা হৈচিল । সেই কথা বিচাৰ কর্ত্তাৰ আগত সোধ পোচ কৰাত আউনিয়াটিৰ চাউল ভঁৰালিএ সেই ধন কাঢ়ি লোআৰ অপৰাধ পালত ৩ বচৰ, আৰু লগৰ ভকত জন চাৰেকক ১ বচৰকৈ ফাটক দিলে ।

গুআহাটিত থকা কেঁয়া লোকে ভাপ জাহাজৰ দোআৰাই চন্দুকত ধন ভৰাই কলিকতালৈ পঠালত তত লোআ গৰাকিএ চন্দুক মেলি ইটা ভোখৰ চাৰেক ভৰোআ মাথোন পালে । পাচে গুআহাটিত ভাপ জাহাজৰ বস্তু ৰখা জি কেৰানি চাহাব, তাৰ গাত চোভা পাই সোধ কর্ত্তাৰ আগলৈ নিলে । এতিয়া আমি সুনিচোঁ, তাক পঞ্চায়ত লোকে অপৰাধৰ বাই দিয়াত সোধ কর্ত্তাই ৭ বচৰ ফাটকৰ জোগ্য বুলি থিৰ কৰিলে ।

ভাটি ফালে কাপ্তান ৰবিঞ্চন নামে এজন চাহাবে হাবিত চিকাৰ কৰোঁতে এটা বৰা গাহৰি বেগেৰে আহিৰৰ দেখি চিটা গুলি ভৰোআ হিলৈ মাৰিলত গাহৰিৰ আৰু ধৰ হৈ খেদি আহি চাহাবক কামুৰি পেট ফালি মৰিব লগাকৈ এৰি গল ।

লখিমপুৰৰ পৰা এই কথা পত্ৰত লিখিচে, এই জুনৰ জেঠ মাহত ৰাঙ্গৌ গাঁৱৰ এটা মানুহে আহু ধান নিৰাবলৈ জাঁওতে বাটত এটা বনৰিয়া মহে অকস্মাতে খোঁচ মাৰি তপিনালৈকে মঙহ তোখৰ ওভোতাই পেলালে: আৰু সিটো ভৰিৰ গোবোআই দি সিঙ সুমাই আঁঠুলৈকে মঙহ তোখৰ সিঙতে নিলে। মূৰৰ পোনে ২।৩ খোঁচ মাৰিলে, গালে দি সিঙ মাৰি মুখে উলিয়ালে; পাচে দু দিনৰ মূৰত মৰিল। সেই মহটো জিলাৰ শ্ৰীযুত হলৰইদ চাহাবে গুলিয়াই মাৰিলে।

আৰু গৰমূৰৰ ওচৰত এটা মানুহক গঁৰ এটাই খৰগেৰে পিঠি ফালে মাৰি, তল পেটে উলিয়ালে। সেইটো মানুহক লখিমপুৰ জিলাৰ ডক্তৰ চাহাবে দৰৱ দি এমাহলৈকে ৰাখিচে।

জেঠ মাহতে আৰু এটা মানুহৰ পাচ ফালে দি গুলি লাগি তপিনাই দি ওলাই বাজ হৈ গল; তাকো ডক্তৰ চাহাবে দৰৱ দি ভাল কৰিলে, এতিয়া সি আগৰ নিচিনাকৈ বন বাৰি কৰি ফুৰিচে।

ডিবুৰুগৰ জিলাৰ ওচৰত এটা বৰ মৰলি সাপে পহু ধৰি এতোখৰ গিলি থাকোঁতে মানুহে দেখা পাই বাত্ৰা কলত শ্ৰীযুত ইদন নামে কাপ্তান চাহাবে গৈ দেখি তাৰ তোখৰ পোত কৰি চিকৈ নকচা লিখিলে।

৮ জুনত বম্বাই নগৰত থকা এটা পাৰ্চি মানুহে পেট বোজা দৰৱ বেজ ঘৰৰ পৰা কিনিবলৈ চাকৰ পঠোৱাত দৰৱৰ গৰাকিএ ভুল হৈ কাকিজৰ জোল দি পঠালে, তাকে খালত এঘণ্টাৰ পাচে সেই মানুহ মৰিল। জিমান কাকিজ আনিচিলে, সি তিনটাক মাৰিবলৈকো জুৰিলেহেঁতেন।

জুন মাহত বিৰভূম নগৰৰ পৰা হাজাৰিবাগ গাঁৱলৈ ৭০ জন কইদি লোকক নিঁওতে, এক ৰাতিতে গোবিন্দপুৰ নগৰত কাপৰৰ ঘৰত বন্ধ হৈ সুই থাকোঁতে সেই ঘৰত জুই লাগি একে বেলিএ ২৪ টা মানুহ পুৰি মৰিলে, আন সাতোটাকো বৰকৈ পুৰিলে; আৰু ১৯ টাক অলপ অলপ পুৰিলে। ৰখিয়াবোৰে স্ৰম কৰা হলে, প্ৰাই আটাইবিলাক ন মৰাকৈ ৰাখিব পাৰিলেহেঁতেন।

চদলপুৰত এজন নিল কুঁচিৰ চাহাবৰ বস্তু লুট কৰিবলৈ এমসা ডকাইত আহিলত চাহাবে সিইতক ১৪ বেলি গুলি দিয়ালৈকে সাহ কৰি থাকিল, পাচে হুইকি গল।

জেৱানচিঙ্গ নামে এজন চিকৰ সেনাপতিএ এটা ফগৰিয়া গোৰা চিপাহিক ধৰিবৰ নিমিত্তে তাৰ ওচৰলৈ গলত সি ফটিবাৰে



Python, killed near Dibrugor while swallowing a Deer.

বলিয়া হৈ একে বেলিএ সেই সেনাপতিক মাৰিলে। পাচে হাতত তৰোৱাল লৈ সৰ মাৰি বাটত এটা গাধ পাই তাকো কাটি পেলালে; পাচে গৈ মানুহ ধঁাচি দিবলৈ পোতা চতিৰ খুঁটাক কাটিব ধৰিলে; সেলে তাক বৰ সুমেৰেহে ধৰা হল।

এবিএল নামে এখান জাহাজ ১৪ মেই তাৰিখত হুগুলি নদিৰ মুখে ওলাঁওতে লস্ক-ৰে জুই লগালত পুৰি পুৰি পাচে জুয়ে ভখাৰ পাই তাত লাগি একে বেলিএ ফুটি জাহাজ তল গল। তাত কাফিৰৰ ৮০০ চন্দুক আছিল। পাচে সোধ পোচ কৰি কৰিম বক্চ নামে এটা লস্কৰ দুসি জেন বুজি দেসান্তৰ কৰি জনম ভৰ কাটকত দিলে।

নবেম্বৰৰ ১১ তাৰিখৰ পৰা ৬ দিনলৈ ইঙ্গলণ্ডত ভয়ানক ধুমুহা বতাহ হোআত, অনেক জাহাজ ভাগিল। এখন জাহাজত ২১৬ মানুহ আছিল; জাহাজ বামলৈ নিয়া হৈ ভাগিলত ৯৬ মানুহ মৰিল। আন এখন জাহাজত ৫০০ মান মৰিল।

আক্তোবৰ ২৩ তাৰিখত ৯০ বৰ টোপ নিয়া তুৰুকি বনুআ জাহাজৰ ভিতৰত খাৰত জুই লাগি ফুটি জাহাজ আদি সকলোকে ডোখৰ ডোখৰকৈ উৰুআই পেলালে। তাত ৫০০ মান মানুহো মৰিল।

১৪ এপ্রিলৰ পৰা ৬। ৭ দিনলৈকে আ-মেৰিকাৰ দাঁতিত বৰ তুফান হৈছিল, সাগৰৰ ঢৌ বতাহে ভোলাত ভালেমান নগৰ আৰু গাঁৱৰ আলি বাট তল গলত ঘৰ আদি অনেক বস্তু লোকচন হল। বস্তন নগৰৰ দখিন কা-লে এটা প্রদিপ ঘৰ ভাগি পৰিল, আৰু তাত থকা দুজন ৰখিয়াও মৰিল, সিবিলাকৰ শৱও পোআ ন গল।

চেহ্ দেসৰ কান্তন নগৰৰ পৰা ওৰিএন্তল নামে এখান আমেৰিকান জাহাজে ২৭,০০০ মোন চাহ আদি বস্তু নি ৯৮ দিনত লণ্ডন নগৰ পালে। ইমান বেগেৰে আগেয়ে কেও তাৰ পৰা নাই।

পাচিফিক নামে আমেৰিকাৰ এখন ভাপ জাহাজ এপ্রিলৰ ৯ তাৰিখত লিবৰপুল নগৰ এৰি ৯ দিন ২০ ঘণ্টাৰ ভিতৰত ৩০০০ মাইলৰ বহল আটলান্তিক সাগৰ পাৰ হৈ নুয়ৰ্ক নগৰ পালে। তাৰ সমান বেগে আৰু কোনো জাহাজ জোআ নাই।

ওআসিংতন নামে এখান আমেৰিকান জাহাজত ১০১০ মানুহ উঠি লিবৰপুল নগৰ এৰি ৩০ মেই তাৰিখত নুয়ৰ্ক নগৰ পালে-গৈ। এইমান সৰহ মানুহ একে খান জাহা-জত আগেয়ে জোআ নাই; বাটতো সিবি-লাকৰ এটাও ন মৰিল।

## আগষ্ট, অর্থাত ভাদ মাহৰ পঞ্জিকা।

Almanac for August, 1851.

| আগষ্ট | শাওণ | বাৰ | তিথি | দিনমান | আগষ্ট | শাওণ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৬ | ৪ | ১৩'১৬ | ১৭ | ২ | ১ | ২০ | ১২'৫৬ |
| ২ | ১৮ | ৭ | ৫ | ১৩'১৫ | ১৮ | ৩ | ২ | ২১ | ১২'৫৪ |
| | | | | | ১৯ | ৪ | ৩ | ২২ | ১২'৫৩ |
| ৩ | ১৯ | ১ | ৬ | ১৩'১৪ | ২০ | ৫ | ৪ | ২৩ | ১২'৫২ |
| ৪ | ২০ | ২ | ৮ | ১৩'১৩ | ২১ | ৬ | ৫ | ২৪ | ১২'৫০ |
| ৫ | ২১ | ৩ | ৯ | ১৩'১২ | ২২ | ৭ | ৬ | ২৫ | ১২'৪৯ |
| ৬ | ২২ | ৪ | ১০ | ১৩'১০ | ২৩ | ৮ | ৭ | ২৬ | ১২'৪৮ |
| ৭ | ২৩ | ৫ | ১১ | ১৩'৯ | | | | | |
| ৮ | ২৪ | ৬ | ১২ | ১৩'৮ | ২৪ | ৯ | ১ | ২৭ | ১২'৪৬ |
| ৯ | ২৫ | ৭ | ১৩ | ১৩'৭ | ২৫ | ১০ | ২ | ২৮ | ১২'৪৫ |
| | | | | | ২৬ | ১১ | ৩ | ২৯ | ১২'৪৪ |
| ১০ | ২৬ | ১ | ১৪ | ১৩'৫ | ২৭ | ১২ | ৪ | ১ | ১২'৪২ |
| ১১ | ২৭ | ২ | ১৫ | ১৩'৪ | ২৮ | ১৩ | ৫ | ২ | ১২'৪০ |
| ১২ | ২৮ | ৩ | ১৬ | ১৩'২ | ২৯ | ১৪ | ৬ | ৩ | ১২'৩৯ |
| ১৩ | ২৯ | ৪ | ১৭ | ১৩'১ | ৩০ | ১৫ | ৭ | ৪ | ১২'৩৮ |
| ১৪ | ৩০ | | ১৭ | ১৩'০ | | | | | |
| ১৫ | ৩১ | ৬ | ১৮ | ১২'৫৮ | ৩১ | ১৬ | ১ | ৫ | ১২'৩৬ |
| ১৬ | ১ | ৭ | ১৯ | ১২'৫৭ | | | | | |

পুর্নিমা ১২ দিনৰ ৪। ১ পুআ। আমাবাস্যা ২৭ দিনৰ ৪। ৩৮ পুআ।

THE ORUNUDOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

অৰুণোদই

৬ বচৰ। মোং সিৱসাগৰ, আগষ্ট, ১৮৫১। নম্বৰ ৮।

VOL. VI. SIBSAGOR, ASAM, AUGUST, 1851. NO. 8.

## মিচৰ দেসৰ বিৱৰন।

Geography of Africa—Account of Egypt.

মিচৰ দেস অতি পুৰনি, আৰু তাতে থকা আগৰ কালৰ ৰজাবিলাক পৰাক্ৰমি আৰু খিয়াতিমন্ত। মহা জলপ্লাৱনৰ আঢ়ৈ স বচৰৰ পাচত মাখোন সেই খন তাহৰ দেস হল। এতিয়া হলে প্ৰজা আৰু পৰাক্ৰম খিন হৈ গল; নিবাসি মানুহ ৩০,০০,০০০ মান আছে। আদি বাসি মিচৰিয়াৰ বংসৰ লোক তাকৰ; সিবিলাক খ্রিষ্টিয়ান ধৰমত গ্রিক মতে প্ৰবৰ্ত্তে। সৰহ ভাগ মানুহ আৰবি আৰু তুৰুকি, সেইবিলাক মচলমান। মিচৰৰ বাদসা তুৰুকৰ তল।

মিচৰ দেসৰ পুব ফালে চুফ সাগৰ; দখিনে নুবিয়া দেস; পচিমে লুবিয়া দেস; উত্তৰে ভুমাজৰ সমুদ্ৰ। তাৰ দিঘে ৬০০ মাইল, পথালি ১৫০ মাইল; আৰু তাৰ মাজত নিল নামেৰে নদি বৈ সেই দেসৰ মাটিবোৰ মুৰাই সফল কৰে। আৰু সেই দেস ওপৰ, মধ্যম, তল, এই ৰূপে তিনি ভোখৰকৈ ভাগ বঁটা আছে।

পুৰ্ব্বে মুৰিৰ ওচৰত থকা প্ৰথম ভাগত অনেক সুন্দৰ নগৰ আছিল; সেই নগৰত বৰ দেৱালই আৰু ৰজা থকা ঘৰ, পকি মৈদাম, আৰু সিলৰ মুৰ্টাৰে ভুসিত আছিল। বিসেসকৈ ভিবেচ নগৰ বহু প্ৰজা আৰু সম্পত্তি, আৰু উত্তম ঘৰ আদিৰে সুপুত হৈ খিয়াতিমন্ত আছিল। সেই নগৰৰ এস দুআৰ, আৰু প্ৰতি দুআৰে নগৰ নিবাসি লোকে দুস বৰ এহেজাৰ সেনা ৰনলৈ পঠিলে। আজিলৈকে এই মহা নগৰৰ জি অৱসেস আছে, তাৰ দেখোৱাই বুজা জাই, ওপৰে কোৱা কথা সকল সত্য।

সেই দেসৰ মাজৰ ভাগত মেম্ফিচ নগৰ। সি ভিবেচ নগৰৰ সমান ন হই, তথাপি তাৰ জি সেস বস্তু আছে, তাক বাটকআ লোকৰ দেখাতে মন মোহ কৰোঁতা হই। তাৰ ওচৰত অতি ওখ খুঁটা আছে; আৰু তাত মৈৰিচ ৰজাই কৰোআ বৰ পুখুৰিৰ চিন আছে।

তল ভাগ নিল নদিৰ সোঁতাৰে পুৰ হোআ কাৰনে, সি সকলো খেতি হোআ সাৰুআ মাটি। ইয়াতে কাইৰো নামেৰে এখন নগৰৰ বাহিৰে এটা আচৰিত পকি কাৰেঙ আছে। তাক পৰ্ব্বতৰ ওপৰত সজা হৈছে; সি বৰ ওখ আৰু অতি সকত গৰেৰে চাৰিও ফালে বেৰা আছে। সেই কাৰেঙত উঠিবলৈ বাট পৰ্ব্বতৰ সিলত কটা আছে; সেই পোনেই হাতি ঘোঁৰা সকলো উঠিব পাৰে। আৰু সেই পকিৰ মাজত য়োচেফৰ নাম নামেৰে এটা নাদ আছে; সি পৰ্ব্বতৰ তল পৰ্য্যন্ত ন; আৰু প্ৰতি দিন সেই নাদৰ পৰা কলেৰে গৰুৰ হতুআই পানি তোলা হৈ নলাৰে সোঁ সেই পকিৰ চাৰিও ফালে বৈ থাকে।

নিল নদিৰ আগালি ইথিয়পিয়া আদি কৰি ভিতৰ আফ্রিকাৰ দেস। সেই নদি বহাগ

জেত মহিয়া বৰষুনৰ পানি হলে বাহি পৰ্ব্ব-তৰ সাতোটা জুৰি ফুটি মিচৰ দেসত পৰেগৈ। বাটকআ লোক সকলে তাৰ ওচৰ পাই হৰ হৰ সবদ সুনি বৰ ভই পাই; তাত থকা মানুহে সদাই দেখি থকা কাৰনে ভই ন কৰি বাটকআক সেই আচৰিত কৌতুক দেখুআই। সিবিলাকে নাৱত উঠি ওখ সোঁতৰ পৰা নামি নাৱেৰে তললৈ পৰে; বহু ফেনেৰে থকা বৰ পাকত নাও সোমাই; তাতে লোকে দেখে জেন সিবিলাক নষ্ট হল; কিন্তু এফেৰি মানৰ পাচে অতি দুৰত নদিৰ থিৰ পানিৰ ওপৰত ওপঙ্গি থকা দেখি। নিল নদিৰ জল আটাই মিচৰ দেসত সোঁতা সোঁতা হৈ লাহে লাহে বৈ দেস গোটেই থন বিয়াপি ভুৰি থাকে। সেই জল প্ৰাই চাৰি মাহলৈকে থিৰে থাকে; মাটিত পল বোকা ন পৰে মানে সেই পানি জেন বেগাই বৈ নে জাব, এই নিমিত্তে সাগৰৰ পৰা সেই চাৰি মাহ বতাহ বলাই পানি আটকি থই।

এই নদি আপ্লাবনৰ সময়ত জদি কোনো লোকে ওখ ঠাইৰ পৰা চাই, তাক সাগৰ জেন দেখে। তাৰ মাজত ওখ ওখ আলি বাটে সৈতে অনেক নগৰ উপদিপৰ নিচিনা দেখা জাই; আৰু নিবাসি মানুহৰ উপকাৰৰ নিমিত্তে সেই নগৰৰ ওচৰত মাজে মাজে গচনিও আছে। জি জি ঠাইত কাতি মহিয়া সকলো নাও চলে, সেই সেই ঠাই পানি সুকালে ফুলেৰে ভুসিত আৰু সুগন্ধি হই। এনে উত্তম ফল ফুলেৰে জুগুত হোৱা পথাৰত পুহ মাঘ মাহত জাঁকে জাঁকে অনেক বিধৰ পহু ফুৰি ফুৰি চৰি খেমালি কৰি থাকে। আৰু খেতিয়ক মানুহে তাত খেতি কৰিবলৈ অতি ঢিল; পানি সুকাই মাটি টান হলে সিহঁতে হাল বাই নাঙলেৰে মাটিত বালি মিহলি কৰে, তাত বাহিৰে আন একো পৰিস্ৰম নাই।

সৰহ সহ উত্পন হবৰ নিমিত্তে নিল নদিৰ কুৰি হাত ওখ পানি হলে ভাল; তাতকৈ তাকৰ ত্ৰা সৰহ হলে সহ নষ্ট হৈ জাবলগা হই। এই কাৰনে সেই দেসৰ মানুহে নদিৰ পানি বাঢ়িবৰ কথাত বৰ চিন্তা কৰে, বৰ্হা টুটা ন হবলৈ অনেক উপায়ো কৰিচে। পূৰ্ব্বে এই নদি ভুৰ্টি থাকিবৰ নিমিত্তে এজনি ডেকা তিৰোতাক পানিত পেলাই দিএ; এতিয়া এজনিৰ প্ৰতিমা সাজি তাক মাথোন জলত দিএ। মিচৰ দেসত নিল নদিৰ বৰ্হা টুটাৰ বিসয়ত নিতৌ নিতৌ কথোপকথন কৰে; মানুহবোৰৰ সেই কথাতে দুখ বা সুখ জনমে।

জুৰিৰ ওচৰতে বৰ বৰ ঘৰৰ চিন আছে, সেই কাৰনে বুজোঁ, তাত পূৰ্ব্বে ৰজাৰ নগৰ আছিল। আৰু সিলৰ খুঁটা, উগা প্ৰতিমা, সুন্দৰ ৰূপে কটা বগা সিলেৰে সেই ঠাই পুৰ হৈছে; আৰু খুঁটাৰে হোৱা বাটে দি সেই ঠাইলৈ জাব পাৰি। আৰু বাটকআবোৰে বোলে, সেই বাটতে আজিলৈকে চ হেজাৰ মান খুঁটা থিয় হৈ আৰু পৰিও আছে। এই খুঁটাবোৰ ৪৬ হাত ওখ, আৰু একেটা গুৰিতে তিনটা তিনটা খুঁটা, তাৰ ওপৰে নৰসিংহৰ মুৰ্ত্তি কটা আছে। এইবোৰ কথা বৰ আচৰিত হই, কিন্তু ত্ৰিটো মন্দিৰ মিচৰৰ প্ৰথম ভাগত দেন্দেৰা নগৰৰ ওচৰত আছে, তাৰ সমান ন হই; কিয়নো তাৰ খুঁটা আঠোটা মানুহেও জাঁকোআলে প্ৰায়ে নে পাই, আৰু সেই খুঁটাৰ ওপৰত আৰৰ লোকে ঘৰ সাজি থাকে, তাক আজিলৈকো দেখিবলৈ পোৱা জাই।

মিচৰৰ ওপৰ ভাগত চায়েন নামেৰে গুহাত বাটকআবোৰে আৰু অনেক অনেক আচৰিত দেখিবলৈ পাই। পৰ্ব্বতৰ মাজত পৰ্ব্বতিয়া সিলৰ চাৰি সিৰিয়া আৰু ভুৰনিয়া খুঁটাৰে ভুসিত এহেজাৰটাকৈও অধিক গুহা খনা আছে। সেই গুহাৰ মাজত কোনো কোনোটো ইমান বহল; তাত চ স জোঁৰাত উঠা মানুহ থিয় হৈ থাকিব পাৰে। সেই গুহাৰ মাজত এস তেৰ কুৰি হাত ওখ ন্ ভগা সিলৰ বৰ খুঁটা আছে; তাক দেখাতেই লোক সকলে

বৰ আচৰিত মানে। এই গুহাত কেও থনি কোন্ধে থকা খুঁটা এতিয়াও পোৱা নাই।

মিচৰ দেশত সকলো লোকৰ আচৰিত জন-মোৱা আৰু জগত থনৰে চমত্কাৰ বস্তুৰ মাজত দেখিব লগা, এনে এনে চাৰি চুকিয়া দল আছে। জত আগেয়ে মেম্ফিচ আৰু আন প্ৰধান নগৰ আছিল, তাত থকা দলবোৰ তিনি হেজাৰ বছৰৰ পূৰ্ব্বে সজা হৈছিল। সেই দলবোৰ সজাৰ কাৰন আমি কিছু জানো: আন্দাজে বুজোঁ, সিবিলাকৰ মৰা স থবলৈ মৈদামৰ নিমিত্তে সাজিছিল; কাৰন, মিচৰ দেশৰ লোকৰ বিবেচনাত এয়ে অতি উত্তম কৰম, আৰু সিবিলাকে আপোনাৰ গিয়াতিৰ মৰা স তালৈকে বথাত বৰ ধৰম মানে। জি মৈদাম সকলোতকৈ ওখ আৰু অতি সুন্দৰ, সি পথাৰৰ মাজত থকা এক পৰ্ব্বতৰ ওপৰত সজা হৈছে। এই মৈদাম চাৰি সিৰিয়া, গুৰিত বেৰে চাৰি স সত্তৰি হাত, আৰু তাৰ ওখ তিনি স চলিচ হাত; সি ক্ৰমে ক্ৰমে ওপৰলৈ সৰু হৈ জাই, আৰু তাৰ ওপৰে সমান চাৰিও কালে ১১ হাত মাথোন। সিলে দি বগাই গৈ বৰ ভুমেৰে তাৰ ওপৰলৈ উঠি জাব পাৰি, কিয়নো সিলৰ থাক থাক জখলাৰ নিচিনা হয়। কিন্তু দুহাতৰ অন্তৰ হোআ দেখি অত মানুহে উঠিবলৈ টান। আমি পথ ধৰি ভিতৰলৈ গলে বাবেণ্ডা আৰু কথলা তাতো আছে। সেই দুয়ো অতি সুন্দৰ সিলেৰে কৰা, কিন্তু মুৰ্দ্দৰ বমি তাত কেতিয়াও ন পৰে। এই ৰূপে কোৱা মৈদ[illegible] তিনি লাখ সাঠি হেজাৰ মানুহে কৰিলত কুৰি বছৰে সাতলেতে তাক সজা হল।

মৈদিত্ পুখুৰিৰ ওচৰত সকলো প্ৰকাৰে আচৰিত দুৱৰিয়া ঘৰবোৰ নিৰ্ম্মান আছে। তাৰ [illegible] অতি চিকন, ভিতৰে বৰ আৰু সৰু থোঁথিনি তিনি হেজাৰ মান আছে; এইবোৰৰ মাজতে এটা ৩৭ হাত ওখ। আৰু এই সকলোবোৰৰ আৰু তাৰ মাটিৰ সমান, আৰু [illegible] তাৰ মাটিৰ তলত সজা হৈছে। সেই দুৱৰিয়া ঘৰৰ ওপৰ কোঠৰত আৰু নিৰ্ম্মান কৰা ৰজাবিলাকৰ; আৰু সিবিলাকৰ পূজ্য ঘঁৰিয়ালবোৰৰ মৰা সেহ্ তাৰ তলৰ থোঁটালিত বথা হৈছে।

এই সকলো চমত্কাৰ বস্তুৰ বাহিৰেও মিচৰ দেশৰ অনেক অনেক ঠাইত চাৰি চুকিয়া ভেঁটিৰ সোতাৰ নিমিত্তে চিত্ৰ বিচিত্ৰ আকাললৈকে উঠা, এনে ওখ সিলৰ খুঁটাবিলাক আছে। হিলিয়পলি নামেৰে এখন নগৰত চিচস্ত্ৰিচ ৰজাই এই ৰূপ দুটা খুঁটা থাপন কৰিলে, এই দুয়ো মিচৰৰ অন্ত সিমাত থকা চায়েনৰ পৰা বৰ সৰুত সিলেৰে নিৰ্ম্মিত, আৰু চকুৰি হাত ওখ। ইয়াত বাজে ৰামিচেচ ৰজাৰ কালত সকলতোকৈ ডাঙ্গৰ আৰু এটা খুঁটা থাপন কৰিছিল; কোৱা গৈছে, তাৰ নিমিত্তে সিল কাটিবলৈ কুৰি হেজাৰ লোক লগাইছিল। এইটো আৰু ওপৰে কোৱা দুটা ৰোম নগৰলৈ নিলে; সেই সুন্দৰ ওখ খুঁটা আজিলৈকে সেই নগৰৰ প্ৰধান ভূষন হৈ আছে।

মিচৰ দেশত হিপপতমচ, অৰ্থাত পানি ঘোঁৰা, আৰু ঘঁৰিয়াল, নেউল আদি প্ৰধান জন্তু আছে। পানি ঘোঁৰা বৰ থজাল, কোনেও দমিব নোৱৰা হিংসক। ঘঁৰিয়াল পানিত বামত দুয়োতো থাকে, সৰহ মস্ত খাই; কোনোটো ২০ হাত দিঘল। নেউল এন্দুৰৰ নিচিনা; সি পানিএ জন মোৱাৰ পাচে ৰোকাত থকা আটাই পোৰ পকখা খাই, সি ঘঁৰিয়ালৰ প্ৰধান সত্ৰু; জদি কোনো ঠাইত তাৰ কনি পাই, তেতিয়াই তাক ভাঙ্গি পেলায়; আৰু কোৱা হৈছে, ঘঁৰিয়াল সুই থাকোঁতে, নেউলে পালে সি তাৰ গাতে সোমাই পেটৰ ভিতৰৰ নাৰি ভুঁৰ সকলোবোৰ খাই যাবে। আৰু গৰু, ছাগ, মেৰ [illegible] আদি জীৱৰ পহ্ তাত অতি পুঠ হয়, সিইতৰ মঙহ খাবলৈ বৰ সোৱাদ। আৰু তাত গুই, বান্দৰ, উট, এই সকলো থাকে।

সেই দেশৰ আকাশত উৰি ফুৰা বাজ নামেৰে এবিধ চৰাই আছে। আৰু তাৰ সকলো মানুহে ফুৰুৱা চৰাই সবহকৈ পো-

হে। তাৰ নৈ কোনৰত খিলা হাঁহ, বগলি, বন কুকুৰা, আৰু অনেক বিধ পানিত ফুৰা চৰাই পোৱা জাই। আৰু তাত মাচ অনেক পাই। ওপৰ মিচৰ চাৰিও কালে বালিৰ ভয়ামত উট চৰাই থাকে। আগৰ কালৰ মিচৰিয়াবিলাকৰ মাননিয় আৰু সেৱা কৰা ইবিচ নামে এজাতি চৰাই আছে; সি হাবিৰ দাঁতিত বখিয়া হৈ থাকি নুবিয়া দেসৰ পৰা অহা সাপবোৰ ধৰি খাই।

তাত গুটি লগা গচৰ বাহিৰে আন গচ সৰহ নাই। গুটি লগা গচৰ মাজত খাজুৰ গচ সৰহ, প্ৰধানো। তাল, আবজ গচ, আৰু নাও সাজিবলৈ ভাল এবিধ কাঁইট গচ আছে। তাত অনেক বন ন থকাতো কেত-বিলাক সুন্দৰ বিধৰ বন, আৰু সকলো কৰম কৰিব পৰা সৰৰ গচ আছে। তাৰ মানুহে পাপিৰচ নামে এবিধ নলেৰে তুলাপাত, কাপৰ, আৰু কোনো কোনো পাত্ৰ, ঔসধ, এই সকল কৰে। আৰু সেই দেসৰ পুখুৰি পদ্ম ফুলেৰে সৈতে ভুসিত হৈছে। আৰু তাত চৰা নামে এবিধ ৰগছি গচ আছে, তাৰে তি-ৰোতাবোৰে আপোনাৰ ৰগছি দ্ৰব্য কৰে।

মিচৰৰ দখিনে নুবিয়া আবিচিনিয়া আৰু ইথিয়পিয়া দেস আফ্ৰিকাৰ ভিতৰে আছে। নুবিয়া আৰু আবিচিনিয়া সভ্য থকা ভাল দেস; কিন্তু ইথিয়পিয়া প্ৰায়ে অবিদিত, তালৈ জাত্ৰিকে নে জাই। নুবিয়াত জিৰাফ নামে এটা সুন্দৰ জন্তু থাকে; আৰু পাক খোৱা সিঙেৰে এক পহু আছে; তাৰ নকচা জিচেম্বৰৰ অৰুনোদইত লিখা আছিল। আৰু সেই দেসত কঁপালৰ মাজত এটা সিং থকা ঘোঁ-ৰাৰ নিচিনা এবিধ জন্তু আছে, ইয়াকে তাৰ নিবাসিএ কই।

ইথিয়পিয়া আৰু আফ্ৰিকাৰ দখিন ভা-গত জিব্ৰা নামে অতি সুন্দৰ চেকিয়া পতিয়া ঘোঁৰা এবিধ আছে। মাইকিৰ গাত কলা বগা আঁচ থাকে; মতাৰ হলে, আঁচ কলা আৰু হালধিয়া। চাই চেঙ্গিয়া জন্তুৰ মাজত ইয়াতকৈ সুন্দৰ নাই, আৰু বৰ বেগি। ঘোঁ-ৰাতকৈ অলপ চাপৰ।



## জাত্রিকৰ জাত্রা, ৪ আধ্যা ।

The Pilgrim's Progress, Chapter 4.

পাচে সেই সমাজিকত চাই দেখিলোঁ, খ্রিষ্টিয়ান জোআ চাৰলিয়া ওখ বাটিৰ দুই কালে পৰিত্রান নামে গৰেৰে বেৰা হৈছিল । সেই পথে খ্রিষ্টিয়ানে তাৰ বঁওতা হৈ উঠি উঠি লৰি গল; কিন্তু পিটিৰ বোজাৰ কাৰনে বৰ স্রমেৰেহে গল ।

সেই ৰূপে লৰি ক্রমেৰে এখান ওখ ঠাই পালেগৈ; তাতে এডাল পেৰেঙ্গনি পোতা আছিল, আৰু সেই ঠাইৰ কিচু তল কালে এটা মুখ মুকলি মৈদামো আছিল । তেতিয়া সমাজিকত দেখিলোঁ, খ্রিষ্টিয়ানে পেৰেঙ্গনিৰ



ওচৰ পোআতেই তাৰ কানৰ পৰা বোজাৰ বান্ধ সুলকি পিটিৰ পৰা খহি পৰিল; আৰু বাগৰি বাগৰি মৈদামৰ মুখ পাই, তাত সোআলগৈ; পাচে মই আৰু তাক নে দেখিলোঁ ।

তেতিয়া খ্রিষ্টিয়ানৰ উচো আৰু আনন্দ লাগি, ৰঙ্গ মনেৰে বুলিলে, তেঁও আপোনাৰ দুখেৰে মোক জিৰনি, আৰু আপোনাৰ মৰনেৰে মোক জিৱন দিলে । পাচে সি আচৰিত মানি কিচু কাল তাক চাবলৈ ৰৈ থাকিল; কিয়নো পেৰেঙ্গনিৰ দৰ্শনে তাৰ বোজাৰ পৰা এই ৰূপে মুকুত কৰাত সি বৰ বিস্মই মানিলে । এতেকে তাৰ মুৰত থকা ভুমুকৰ পৰা চকুৰ লো ওলাই গালে দি বৈ জোআলৈকে সি পেৰেঙ্গনিকে চাই চাই থাকিল । এই ৰূপে লোতক বৈ চাই থকা সময়ত দেখা, তিনি জন তেজস্বি লোক তাৰ ওচৰলৈ আহি, তোমাৰ কুসল হওক বুলি সম্ভাসা কৰিলে; পাচে প্রথম জনাই কলে, তোমাৰ পাপ খেমা কৰা হল । দুতিয় জনাই তাৰ ফটা কাপৰ গুচাই, নতুন বস্ত্র পিন্ধালে । ত্রিতিয় জনাই তাৰ কঁপালত এটা চিন দিলে । আৰু মোহৰৰ চাব থকা এটা পুথিৰ মুৰা তাৰ হাতত দি বুলিলে, তুমি লৰি জাঁওতে ইয়াকে চাবা, পাচে স্বৰ্গিয় নগৰৰ দুআৰ পাই তাতে দিবাগৈ । ইয়াকে কৈ সিবিলাক আপোনাৰ বাটে দি গল । তেতিয়া খ্রিষ্টিয়ানে বৰ ৰঙ্গ পাই তিনটা ডেও মাৰি এই বচনেৰে গান কৰি কৰি গল ।

পাপৰ বোজাত অতি দুখিত
মওৰ আছিলোঁ অধিন,
কোনো ঠাইত উপাই নে দেখি
ফুৰিছিলোঁ অনেক দিন;
সেসত কি সুভাগ্য থানত
পৰি আচোঁ সুখিমই!
এখেত পিটিৰ বোজা পৰিল,
বন্ধন সকল হৈছে খই ।
ধন্য ধন্য পেৰেঙ্গনি,
ধন্য এই মৈদামৰ থান,
মহা ধন্য জি জন পালে
তাত মোৰ হেতু অপমান ।

পাচে মই সমাজিকত দেখোঁতে খ্রিষ্টিয়ানে গৈ গৈ সেই ওখৰ তলতে এখন চাপৰ ঠাই পালে । তাতে বাটৰ পৰা কিচু আঁতৰতে

লোব সিকলিবে ভবি বন্ধা তিনি জন মানুহ টোপনিতে সুই থকা দেখিলে। সিবিলাকব এটাব নাম অবিবেচক, এটাব নাম এলেহুআ, আৰু সিটব নাম কুসাহিয়াল।

খ্রিষ্টিয়ানে সিইতক এনে অৱস্থাত পবি থকা দেখি, জগাব পাৰোঁ কি চাবোঁ বুলি, সিইতব ওচবলৈ গৈ বিজিয়াই কলে, হেবা ভকত লোক, তোমোলাক জাহাজব মস্তুলব ওপবত সুই থকা মানুহব নিচিনা; তোমো-লাকব তলত মবন সাগব, আৰু তলি নো হোআ অগাধ ধালে আছে; টোপনিব পবা জগি আঁহা, আৰু তোমোলাকব ইচা হলে মই তোমোলাকব সিকলি গুচাবলৈ কার্য্যব কবিম। খ্রিষ্টিয়ানে আৰু বুলিলে, গুঁজবি ·· ··ংহব দবে অহা জোআ কবা জি জন, ·· ওচবলৈ আহিলেঁ, তোমোলাক অৱস্যে তাব দাঁতেবে কবচা আহাব হবা। তাতে সিইতে খ্রিষ্টিয়ানক চকু মেলি চাই উত্তব কবিবলৈ ধবিলে। অবিবেচকে কলে, মই ··কা ভই নে দেখোঁ; এলেহুআই বুলিলে, ··, আৰু একেবি সোঁও অধন; কুসাহিয়া-লে বুলিলে, আটাই চবিত্ৰবোব আপোন আপোন তলিতে ভব দি থাকিব লাগে, মই তোমাক আৰু কি উত্তব দিম? এই কথা বুলি সিইতে আকও টোপনিয়ালে, আৰু খ্রিষ্টিয়ানো আপোনাব বাটে দি চলি গল।

কিন্তু এনে সঙ্কটত থকা মানুহক জগাই সম আলচ দি সিকলি গুচাবব মনেবে সিই-তক উপকাব কবিব খোজা জি জন, তাব মবম এনে হেলা কবাত খ্রিষ্টিয়ানব মনত বৰ অসন্তোস লাগিল। এই ৰূপে অসন্তোস কবি থাকোঁতে সেই ঠেক বাটব বাঁও কালে থকা জি গব, খ্রিষ্টিয়ানে তাব ওপবে দি দুটা মানুহক বগাই উঠি পাব হৈ আপোনাব কাললৈ বেগাই আহিবব দেখিলে; সিইতব নাম কর্ম্মাচাবি আৰু কপটিয়া। সিইতে ওচব পালত খ্রিষ্টিয়ানে এই ৰূপে সিইতে সৈতে কথা হবলৈ ধবিলে।

খ্রিষ্টিয়ান। হেবা বাপু লোক, তোমোলাক কব পবা আহিলা? জোআ কলৈ?

সিবিলাকে কলে, আমাব জনম ঠাই নিজ-প্রসংসা নগব, আৰু প্রসংসাব নিমিত্তে চিওন পর্ব্বতলৈ জাঁও।

খ্রিষ্টিয়ান। তেন্তে বাটব মুবত জি দুআব আছে, সেই পোনে দি কিয় নাহিলা? জি জনে দুআবে দি নো সোমাই আন কোনো পোনে উঠি সোমাই, সি চোব আৰু ডকাইত, এই জি কথা লিখা আছে, তাক তোমোলাকে নে জানা নে? কর্ম্মাচাবি আৰু কপটিয়াই কলে, সেই দুআবে দি সোমাবলৈ বাট অতি ঘুবন জেন মানি, আমাব দেসব প্রাই আটাই লোকে পোনাই আহি আমাব দবে গব ডেই সোমোআব দস্তুব আছে।

খ্রিষ্টিয়ান। তেও আমি জাব লগা নগবব অধিকাবব প্রকাসিত আগ্যা ভাঙিলে, তাক আমাব অহিতে জগব বুলি নি লিখিব নে?

তাতে কর্ম্মাচাবি আৰু কপটিয়াই খ্রিষ্টিয়া-নত কলে, এই কথাত হলে, তুমি ইমান চিন্তাকুল হোআব একো প্রয়োজন নাই; কিয়নো আমাবং কালে দস্তুব আছে, আৰু সাখি জদি লাগে, এহেজাববছবকৈ অধিক বচ-ৰবে পবাও সেই দস্তুবব প্রমাণ দিব পাৰোঁ।

খ্রিষ্টিয়ান। কিন্তু গোচব হলে কানন মতে তোমোলাকব বেৱহাব সিদ্ধ নি হব নে?

সিইতে বুলিলে, এহেজাব বছবকৈও অধিক কাল থকা জি পুবনি দস্তুব, নিয়ায়বন্ত লোকসকলে তাক বিধানব তুল্যকৈ মানিব, ইয়াত একো সংসই নাই; আৰু তাক বাদে জদি আমি বাটতেহে আছোঁ, তেন্তে কেনি সোমালোঁ, তাক সোধাব কি কাম? জদি বাটব ভিতব সোমালোঁ, সোমালোঁএই; তুমি দুআ-বে দি অহা আমি বুজিছোঁ, তেও তুমি বাট-তে মাথোন আছা; আমি গব ডেই আহিও সেই বাটতে আছোঁ; আমাতকৈ নো তোমাব অৱস্থা কি ভাল হৈছে?

খ্রিষ্টিয়ান। তোমোলাকে মনব আপ্তাকে-বেহে আচবন কবা; মই হলে, মোব প্রভুব বিধাব দবে আচবন কবোঁ। বাটব অধি-কাবব সোআবাই তোমোলাক এতিয়াও চোব

বুলিহে লিখা হৈছে; বাটৰ অন্তত কেনেকৈ স্বৰূপ মানুহ বোলা হবা, ইয়াক মই নে জানোঁ। অধিকাৰৰ আগ্যা নো হোআকৈ তোমোলাক অকলেই সোমালা, আৰু তেঁওৰ অনুগ্ৰহ নো পোআকৈও অকলেই বাহিৰ কৰা হবা।

এই কথা সুনি সিহঁতে বাহুল্য ৰূপে উত্তৰ নি দি, খ্ৰিষ্টিয়ানক আপোনাৰ কাম চাই থাকিবলৈ দিলে। তেতিয়া সিহঁত খ্ৰিষ্টিয়ানৰ পৰা কিচু আঁতৰা আঁতৰি হৈ আপোনাৰ বাটে চলি গৈ কথা বাত্ৰা হবলৈ প্ৰায়ে এৰিলে। তথাপি সিহঁতে তাত এটি কথা কলে, বিধান আৰু ৰিতি হলে তোমাৰ সমানেই নিৰ্দুসি ৰূপে আমি পালন কৰিম, আমাৰ ইয়াত সংসই নাই; আৰু তোমাৰ পিটিত জি চোলা, তাৰ বাহিৰে তোমাৰে আমাৰে মাজত আৰু একো ভিন নে দেখোঁ; তোমাক নাঙ্গটা দেখি লাজ ঢাকিবৰ নিমিত্তে কোনো চুবুৰিয়াই তাক তোমাক দিলে, ইয়াকে বুজোঁ।

খ্ৰিষ্টিয়ান। তোমোলাক দুআৰে দি নো সোমোআত কোনো বিধান বা ৰিতিৰ দোআৰাই পৰিত্ৰান পাব নোআৰিবা। মোৰ পিঠিত জি চোলা, তাক হলে মই জাৰ লগা নগৰৰ অধিকাৰে মোক দিচে; তোমোলাকে কোআৰ দৰেই মোৰ নাঙ্গটা ঢাকিবৰ নিমিত্তেহে দিয়া হই; আৰু ইয়াক তেঁওৰ মোলৈ অতি মৰমৰ চিন জেন মানি লৈচোঁ, কিয়নো আগেয়ে ফটা কাপৰৰ বাহিৰে মোৰ একো নাই কিচিল। আৰু বাটত জাঁওতে এই কথাত সান্তনা পাই মনেৰে ভাবোঁ, প্ৰভুএ মোৰ ফটা কাপৰ গুচুআ দিনত জি চোলা মোক অনুগ্ৰহ কৰি দিলে, সেই চোলা মোৰ পিঠিত থকাৰ কাৰনে মই ৰাজ নগৰৰ দুআৰ জেতিয়া পাঁও, তেতিয়া তাৰ অধিকাৰে দায়া ৰূপে মোক চিনিব। তাত বাজে জি চিন তোমোলাকে কি জানি নে দেখিলা, মোৰ কঁপালত এনে এটা চিন আচে; জি দিনত কান্ধৰ পৰা বোজা পৰিল, সেই দিনতে মোৰ প্ৰভুৰ প্ৰিয় বন্ধু একনে এই চিন দিলে। আৰু কঁও সুনা, মই বাটত জাঁওতে পাঠ কৰি সান্তনা পাবৰ নিমিত্তে মোহৰ মৰা এটা পুথিৰ মুৰাও তেতিয়া মোৰ হাতত দি এই আগ্যা কৰিলে, স্বৰ্গিয় দুআৰ পালে তাত ইয়াক দিবি; তাৰ পাচে তয়ো সোমোআৰ সেয়ে স্বৰূপ চিন হব। মই জানিচোঁ, এই সকলো বস্তুত তোমোলাকৰ প্ৰয়োজন আচে; কিন্তু দুআৰে দি নহা হেতুকেহে পোআ নাই।

এইবিলাক কথা সুনি সিহঁতে খ্ৰিষ্টিয়ানক একো উত্তৰ নি দি ইজনে সি জনে চোআ চুই কৰি হাঁহিব ধৰিলে। এই ৰূপে সকলোএ বাটত জাঁওতে খ্ৰিষ্টিয়ান কিচু আগ হৈচিল; আৰু আপোনাৰ বাহিৰে কাৰোএ সৈতে কথা ন হৈ, কেতিয়াবা হুমুনিয়াহ কাঢ়ি, কেতিয়াবা সান্তনা পাই গল; আৰু জি মুৰা সেই তেজৰিবিলাকৰ একনে তাক দিলে, সেই মুৰা অনেক বেলি পাঠ কৰি কৰি মনত জিৰনি পালে।

এই ৰূপে সকলোএ গৈ গৈ, কাল ক্ৰমে কঠিন নামে এটা ঢোকা পৰ্বতৰ ওচৰ পোআ দেখিলোঁ। সেই পৰ্বতৰ নথত এটা ভুমুক আচিল; আৰু জিটো বাট সৰু দুআৰৰ পৰা পোনাই আহিল, তাত বাজে আন দুটা বাট সেই ঠাইতে আচিল; এটাই বাঁও ফাললৈ জাই, সিটোএ পৰ্বতৰ গুৰিৰ পৰা সোঁ ফালে পোনাই গৈচে; কিন্তু ঠেক বাট হলে সেই পৰ্বতৰ মাজে দি পোনেই ওপৰলৈ জাই; আৰু ওপৰলৈ জোআ বাট অতি টান দেখি তাক কঠিন নামেৰে বোলে। তেতিয়া খ্ৰিষ্টিয়ানে ভুমুকৰ ওচৰলৈ গৈ আপোনাৰ প্ৰান জুৰাবলৈ তাৰ পানি খাই পৰ্বতৰ ওপৰলৈ জাবলৈ আৰম্ভন কৰি এই কথা গাবলৈ ধৰিলে।

পৰ্বত ইমান ওখ হলেও
ইচা কৰোঁ উঠিবৰ;
কঠিন বাটত নে পাঁও বেজাৰ,
দেখি এই পথ জিৱনৰ;

সকল ভাগৰ ভয়ো তিয়াগি
  উঠা, হে মন, কৰি সাহ;
সুখে সৈতে মিচা পথে
  গলে পাচে সৰ্ব্বনাস,
তাতকৈ দুখে সৈতেও ৰুকপ
  পথত লাভ পাই পৰম আস।

পাচে সি দু জনে সেই পৰ্ব্বতৰ গুৰি পাই তাক ওখ আৰু গৰা হোআ দেখি, আৰু তাৰৰ নিমিত্তে আন দুটা বাটো হোআত খ্রিষ্টিয়ান জোআ বাটে সৈতে সেই দুটাও পৰ্ব্বতৰ সি ফালে মিল হব জেন ভাবি, তাতে জাবলৈ মন থিৰ কৰিলে। সেই বাট এটাৰ নাম আপদ, আনটৰ নাম সৰ্ব্বনাস। তাতে সিইতৰ এজনে আপদে দি গৈ বৰ অৰন্যৰ মাজত সোমাই হেৰাল; সি জনে সৰ্ব্বনাসে দি গৈ অনেক অন্ধকাৰময় পৰ্ব্বত থকা এতোঃথৰ বহল ঠাই পাই, তাতে উজুটি খাই পৰি, পাচে আৰু মুঠা হল।

পাচে মই খ্রিষ্টিয়ানলৈ চাই তাক পৰ্ব্বতৰ ওপৰলৈ গৈ গৈ থকা দেখিলোঁ। প্ৰথমতে লৰি গৈচিল, পাচে খিৰে খিৰে গৈ, সেসত গৰা বাট হেতুকে হাতে ভৰিএ বগুআ বাইহে জাব পাৰিলে। সেই ৰুপে পৰ্ব্বতৰ মুৰ পাবৰ আধা বাট গলত তাতে ভাগৰ পোআ জাত্ৰিক লোক জিৰাবৰ নিমিত্তে পৰ্ব্বতৰ অধিকাৰে কৰা এটা অতি সুন্দৰ গচৰ ঘোপ মৰা ঘৰ আচিল। তাতে খ্রিষ্টিয়ানে সোমাই বহি জিৰাবলৈ ধৰিলে। তেতিয়া বুকৰ পৰা পুথিৰ মুৰা উলিয়াই পঢ়ি মনত সান্তনা পালে; আৰু পেৰেঙনিৰ ওচৰত থাকোঁতে জি চোলা পাইচিল, তাকো চাই চাই সন্তোস হৈ ক্ৰমে টোপনিএ ধৰি ধৰি বৰ নিদ্ৰা হল। এই ৰুপে প্ৰায়ে গধুলিলৈকে সুই থাকোঁতে তাৰ হাতৰ পৰা মুৰা খহি পৰিল। পাচে এজন লোকে তাৰ ওচৰলৈ আহি জগাই কুলিলে, হেৰা এলেহুআ, তুমি পৰুআৰ ওচৰলৈ গৈ তাৰ পথ গমি চোআ, তেহে তুমি গিয়ানৱন্ত হবা। তেতিয়া খ্রিষ্টিয়ানে উঠাৰ খাই উঠি লৰি গৈ পৰ্ব্বতৰ মুৰ নে পাই মানে বেগাই চলি গল।

পৰ্ব্বতৰ মুৰ পোআতেই দুজন মানুহ তাৰ ফাললৈ সমুখ হৈ লৰি আহিল; এটাৰ নাও ভয়াতুৰ, সিটৰ নাও সঙ্কাকুল। খ্রিষ্টিয়ানে সিইতক মাত লগাই সুধিলে হেৰা ভকত, তোমোলাকে কি কাৰনে ওভোতা বাটে লৰি আহিচাইক!

ভয়াতুৰে কলে, আমি চিওন পৰ্ব্বতলৈ গমন কৰি এই কঠিন ঠাই পাৰ হলোঁএই, কিন্তু জিমানলৈকে জাঁও, সিমান অধিক সঙ্কট পাঁও, এই হেতুকে ঘুৰি আহিলোঁ, উভতি জাম।

তাতে সঙ্কাকুলে বোলে হই, আমাৰ আগ ফালে নিচেই ওচৰতে দুটা সিংহ সুই আচিল, টোপনি নে সাৰে আচে, তাক কব নোআৰোঁ; তেও হাঁতোৰাৰে পোআলৈকে আমি জোআ হলে, আমাক তোথৰ তোথৰকৈ চিঙ্গিলেহেঁতেন, ইয়াক আমি জানিচোঁ।

তেতিয়া খ্রিষ্টিয়ানে কলে, তোমোলাকে মোৰ বৰ ভই লগালা: কিন্তু নিৰ্ব্বিঘিনিএ থাকিবলৈ কত পলাম? মোৰ আপোন দেসলৈ জদি জাঁও, সি গন্ধকৰ জুয়েৰে পোৰা হবলৈ জুগুত হৈচে, তাত অৱস্যে বিনাস হম। স্বৰ্গিয় নগৰ জদি পাৰ পাৰোঁ, তাতে নিৰ্ব্বিঘিনি হৈ কুসলে থাকিম, এই নিচই। এই হেতুকে মইচোন জাঁও; উভতি জোআই কেৱল মৰন; সমুখে জোআ মৰনৰ ভই হই, কিন্তু আগলৈ অনন্ত পৰম আনুস; মই আগ ফাললৈহে গৈ থাকিম। তেতিয়া সঙ্কাকুল আৰু ভয়াতুৰ পৰ্ব্বতৰ নাম ফাললৈ লৰি গল, আৰু খ্রিষ্টিয়ান আপোন বাটে দি গল! কিন্তু সেই দু জনৰ মুখৰ পৰা সুনা কথা মনত পৰি বিবেচনা কৰি থাকোঁতে, পুথিৰ মুৰা চাই সান্তনা পাবৰ নিমিত্তে তাক আনিবলৈ বুকত হাত দি খপিয়াই খপিয়াই নে পালে। তেতিয়া খ্রিষ্টিয়ান বৰ বিয়াকুল হৈ, কি কৰিম, তাক নে জানিলে; কিয়নো সি জিহেৰে সান্তনা পাই পাই আচিল, আৰু স্বৰ্গিয়

নগৰত সোমাবলৈ জি মুৰা তাৰ চিন পত্র হলহৈতেন, তাক হেৰুআলে। এযেৰেই বৰ চিন্তাকুল হৈ, কি নো কৰিব লগা, তাক থিৰ কৰিব নোআৰি, লেসত পৰ্বতৰ চালত থকা ঘোপ ঘৰত জিৰাঁওতে টোপনিওআৰ কথা তাৰ মনত পৰিল। তেতিয়া সি আঁঠু কাঢ়ি মাটিত পৰি সেই অগিয়ানি কৰমৰ কথাত খেমা পাবৰ নিমিত্তে ইশ্বৰলৈ প্রার্থনা কৰিলে; পাচে উঠি মুৰা বিচাৰিবলৈ উলটি গল।

কিন্তু উভতি জাঁওতে গোটেইটো বাটত খ্রিষ্টিয়ানৰ মনত কিমান খেদ হৈছিল, তাক কেৱে কব নোআৰে। মাজে মাজে হুমুনিযাহ পেলাই, মাজে মাজে কান্দে; আৰু জি ঠাই ভাগৰুআ পথৰ অলপতে জিৰাবলৈ মাথোন সজা হৈছিল, তাতে বলিয়াৰ দৰে টোপনিয়াই থকা হেতুকে আপোনাকে মনে মনে গৰিহনা কৰে। এই ৰূপে সি উলটি গৈ, জি মুৰাই জাত্রাত তাক এইমান বেলি সান্তনা কৰিছিল, তাক সুভ দৈৱেৰে পোআ হই কি নই, এই মনেৰে গোটেই বাটত ই ফালে সি ফালে নেৰি ভালকৈ চাই গৈছিল। পূর্ব্বে টোপনিওআ ঘোপ ঘৰ দেখিব পৰা ওচৰ পালতগৈ, তাৰ টোপনিওআৰ দোস আৰুও মনত পৰি সেই দর্সনেই তাৰ খেদ আগতকৈও বৰকৈ বঢ়ালে। তেতিয়া সি আপোনাৰ পাপময় নিদ্রাত বিলাপ কৰিবলৈ ধৰি বুলিলে, হাই হাই, দুর্ভগিয়া মানুহ জে মই, মই কেনেকৈ দিনতেই টোপনিয়ালোঁ! কঠিন ঠাইতে কেনেকৈ নিদ্রাত পৰিলোঁ! পর্ব্বতৰ গৰাকিএ জি বিস্রাম ঘৰ কেৱল জাত্রিকে জিৰাই প্রান ৰূৱাবলৈহে সাজিলে, তাক সৰিলৰ সুখৰ নিমিত্তে সয়ন ঘৰ জে কৰোঁ, হাই হাই, মই কিয় এনেকৈ ইন্দ্রিয়ৰ ত্রিপ্তি বিচাৰিলোঁ! বিফল ৰূপে কিমান খোজ কাঢ়ি আহিলোঁ! ৰূফ সাগৰৰ বাটে ইস্রাএল লোকক পঠিওআত সিবিলাকৰো এই ৰূপ বাসনা হৈছিল। সেই পাপি নিদ্রাই নো হোআ হলে মই জি বাট আনন্দেৰে গলোঁহৈতেন, সেই বাট কিমান দুখেৰে জাব লগা হল! আৰু এতে বেলি আগলৈ কিমান দুৰ বাট গলোঁহৈতেন! জি বাট এবেলিহে জাব লাগিছিল, তাক তিনি বেলি জাবৰ প্রয়োজন হল। আৰু এতিয়া প্রাই দিনটো ঢুকাল; কি জানি ৰাতিএ পোআ হম। হাই হাই, মই নো সোআ হলে, মোৰ ভাল হলহৈতেন! এই ৰূপে বিলাপ কৰোঁতে ঘোপ ঘৰ পাই তাতে বহি কান্দি কান্দি ক্রমে ইৱৰৰ হৈচাৰে বহা পাটৰ তললৈ চাই মুৰাটো দেখা পালে; তেতিয়া কঁপি কঁপি বেগাই হাতেৰে থৰি আনি বুকত সুমাই ললে। তাক পুনৰ পোআ হলত সেই মানুহৰ কিমান ৰঙ্গ হল, তাক কোনে কব পাৰে? কিয়নো সেই মুৰাই তাৰ জিৱন আৰু ইষ্ট ঠাইত গ্রাজ্য হবলৈ প্রমান আছিল; এই হেতুকে তাক বুকৰ চোলাত সুমাই থৈ, ইশ্বৰে জে মুৰালৈ তাৰ চকু পোনালে, সেই নিমিত্তে তেঁওক বিনই ৰূপে স্তুতি কৰিলে। পাচে আনন্দ মনেৰে আৰু চকুৰ লো বৈ বৈ আকও আপোনাৰ জাত্রা কৰিবলৈ ধৰিলে। অস, সেস ডোখৰ পর্ব্বত কিমান বেগেৰে লৰি গল! তথাপি তাৰ দুৰ নৌ পাঁওতেই বেলি মাৰ গল; তেতিয়া খ্রিষ্টিয়ানে পূর্ব্বে টোপনিওআ অপৰাধৰ কথা সুঁঅৰি আকও বিলাপ কৰি কৰি বুলিলে, হাই হাই, পাপি নিদ্রা! তোৰ কাৰনেহে জাত্রাত ৰাতিএ মোক পোআ হল! মোৰ দুষ্ট টোপনিৰ কাৰনে এতিয়া বেলিৰ পহৰ নো হোআকৈ জাব লাগে; মোৰ ভৰিৰ পথ এন্ধাৰে ঢাকিব, আৰু ৰাতি কুৰা ভয়ানক জন্তুৰ মাত সুনিব লগা হব! তেতিয়া সঙ্কাকুল আৰু ভয়াতুৰে সিংহক দর্সন পাই ভই খোআ কথাও তাৰ মনত পৰিলত সি আপোনাকে বুলিলে, এনে হিংসক জন্তুবোৰে ৰাতি আপোনাৰ আহাৰ বিচাৰি ফুৰে; সিহঁতে এন্ধাৰে মুন্ধাৰে মোক লগ পাই, মই কেনেকৈ পলাম! মোক ডোখৰ ডোখৰ কৰি নি চিঙ্গাকৈ সিহঁতৰ পৰা কি উপায়েৰে সাৰিব পাৰিম?

## পূৰ্ব্ব কালৰ ইতিহাস, প্ৰথম আধ্যা । সৃষ্টি কৰা বিবৰন ।

The Creation.—From "Line upon Line."

মোৰ প্ৰিয় লৰাবিলাক, ঈশ্বৰে জগতক সৃজিলে, তাৰ বিষই তোমোলোকে সুনিলা, মই তাক জানোঁ। কোনোবা মানুহে জগত খন সৃজিব পাৰিলেহেঁতেন নে? নোআৰে; মানুহে এই খন জগতৰ নিচিনা আন জগতক সৃজিব নোআৰে ।

চন্দুক আৰু খৰাহি এনে অনেক বস্তু মানুহবিলাকে সাজিব পাৰে । চন্দুক সাজিব পৰা মানুহকে কি জানি তোমোলোকে জানা । এনে মানুহ এটাক জদি তুমি এটা সুদা একো ন থকা খোঁটালিত সুমাই থৈ দুআৰ মাৰি তাক কৰা, হেনে, তুমি এটা চন্দুক নে সাজা মানে তেতিয়ালৈকে তাৰ পৰা ওলাই নাহিবা; সেই মানুহ কেতিয়াবা ওলাই আহিব নে? ন হই, কেতিয়াও নোআৰে। একো বস্তু নো হোআকৈ মানুহে চন্দুক সাজিব নোআৰে । তাক অৱস্যে অলপ কাঠ, বা বগি তাম, বা তাঠ ভুলাপাত, নাইবা আন কোনো বেহানি দিব লাগে । কিন্তু জিহৰ পৰা সৃষ্টি কৰিব পাৰে, ঈশ্বৰৰ এনে একো বস্তু নাই কিচিল; তেঁও কেৱল হওক বুলিলতে তেতিয়াই হল ।

অনাবস্তুৰ পৰা বস্তু কৰা, তাকে সৃষ্টি কৰা বোলে । ঈশ্বৰত বাজে কোনেও একো বস্তু সৃজিব নোআৰে ।

ঈশ্বৰক কি কাৰনে সৃষ্টি কৰ্ত্তা বোলে, তাক তোমোলোকে জানা নে? তেঁও সকলোকে সৃজিলে । এই কাৰনে কেৱল এজন সৃষ্টি কৰ্ত্তা আছে; পৰম দুতবিলাকে নাইবা মানুহেও একো বস্তু সৃজিব নোআৰে । সিহঁতে এটোপা পানি নাইবা এটি সৰু মাখিও সৃজিব নোআৰে ।

ঈশ্বৰে চৈ দিনত জগতক সৃজিলে, তাক তোমোলোকে জানা । প্ৰত্যেক দিনত তেঁও কি কি কৰিলে, তাক মই তোমোলোকক কওঁ ।

প্ৰথম দিনা ঈশ্বৰে বুলিলে, পহৰ হওক, আৰু পহৰ হল ।

দুতিয় দিনা ঈশ্বৰৰ আগ্যাতে বৰ ওখ পানি হৈছিলে; সেই পানিকে ডাৱৰ বোলে। আৰু চাপৰ পানিও হৈছিলে; পানিত বাহিৰে আৰু একো দেখিবলৈ নাই কিচিল । আৰু ঈশ্বৰে সকলো ঠাই বায়ুৰে সৈতে পৰিপূৰ্ন কৰিলে । কিন্তু বায়ু অদ্রিস্য, তাক তোমোলোকে জানা ।

ত্ৰিতিয় দিনত ঈশ্বৰৰ আগ্যাত পানি গুচি তাৰ তলত থকা সুকান মাটি দেখা হল । জি দ ঠাই ঈশ্বৰে জুগুত কৰিলে, তালৈকে পানি বৈ গল । সুকান ঠাইক ঈশ্বৰে প্ৰিথিবি নাম থলে; আৰু পানিক সমুদ্ৰ বুলিলে । আমি হলে মাটিৰ ওপৰত খোজ কাঢ়োঁ, কিন্তু সমুদ্ৰৰ ওপৰত খোজ কাঢ়িব নোআৰোঁ । সমুদ্ৰ সদাই হেন্দুলি থাকে । জি দ ঠাইত ঈশ্বৰে সমুদ্ৰক সিমা কৰি থলে, তাৰে পৰা কেতিয়াও আহিব নোআৰে । ঈশ্বৰে বাক্য বুলিলতে আৰু বস্তুবিলাক প্ৰিথিবিৰ পৰা গজিল । কি কি বেহানি মাটিৰ পৰা ওলাল, তাকে তোমোলোকে গোত কৰ পাৰা নে? ঘাঁহ, গোম ধান, গচ, আৰু ফুলবিলাক উতপন হল ।

চতুৰ্থ দিনত ঈশ্বৰৰ বাক্যত সুৰ্জ্য, চন্দ্ৰ আৰু তৰাবিলাক সৃজা হল । সুৰ্জ্যক প্ৰত্যেক ৰাতি পুআ ওলাবলৈ, আৰু গধুলি মাৰ জাবলৈ বিধান দিলে; কিয়নো দিনে ৰাতিও সদাই পহৰ জেন নে থাকে, তাকে ঈশ্বৰে ভাল দেখিলে । ৰাতিতে জি আমাৰ সুই থকা সময়, তেতিয়া এন্ধাৰ হোআ ভাল । কিন্তু ৰাতিত পহৰ দিবৰ কাৰনে ঈশ্বৰে চন্দ্ৰক আৰু তৰাবিলাকো দিছে; সেই কাৰনে জদি ৰাতি আমি ফুৰোঁ, তেতিয়া আমি অলপ পহৰ দেখোঁ । আকাশৰ তৰাবিলাক অগনন ।

পঞ্চম দিনত ঈশ্বৰে জিৱ থকা জন্তুকে সৃজিবলৈ ধৰিলে । তেঁও আগ্যা দিলত পানিত মাছেৰে পুৰ হল । আৰু পখিবিলাক পানিৰ পৰা উৰি ওলাই গচবিলাকত পৰিল ।

সষ্ঠ দিনত ইশ্বৰে আগ্যা দিলে, আৰু সিংহ, মেৰ ছাগলি, ঘোঁৰা আদি কৰি সকলো বিধৰ পহুবিলাক প্রিথিবিৰ পৰা ওলাই আহিল। সেই দৰে মাখি, মৌ, উস্রিঙ্গা আৰু পৰুআবিলাক আদি কৰি সকলো বিধৰ বগাই ফুৰা জন্তু প্রিথিবিৰ পৰা ওলাল।

পাচে ইশ্বৰে মানুহ এজনক স্রুজিলে। ইশ্বৰে বুলিলে, আহাঁ, আমাৰ আপোনাৰ মূৰ্ত্তিৰে মানুহক স্রুজোঁহক। এই কথা ইশ্বৰে কালৈ কলে? তেঁওৰ পুত্র প্রভু য়িচু খ্রিষ্ট লৈ কলে; কিয়নো জেতিয়া তেঁও জগতক স্রুজিলে, তেতিয়া তেঁওৰ পুত্র লগত আছিলে। ইশ্বৰে মানুহৰ সৰিল প্রিথিবিৰ ধুলিৰ পৰা কৰিলে; পাচে তাৰ নাকত নিশ্বাস কৰ্হালত জিৱাত্মা হল। সেই মানুহৰ সৰিল আৰু মনো আছিল; সেই কাৰনে মানুহে ইশ্বৰক চিন্তিৰ পাৰে। জেনেকৈ তোমোলাকে সুনিচা, সেই দৰে ইশ্বৰে পাচে মানুহৰ কোসৰ পৰা অলপ মান মঙ্গহ আৰু হাৰ লৈ তিৰোতা এজনি স্রুজিলে।

ইশ্বৰে আন সকলো জন্তুবিলাকক আদম আৰু হৱাক দিলে; আৰু তেঁও সিহঁতক আৰ্সিবাদ কৰি এদেন নামেৰে এথান বাৰিত থলে, আৰু তাক ভালকৈ ৰাখিবলৈ আগ্যা দিলে।

ইশ্বৰে সেই সকলোকে স্রুজি এঁটাই, তেতিয়া তেঁও দেখিলে দেখে, সকলো উত্তম হৈছে। তেঁওৰ স্রুজন বস্তুতে তেঁও বৰ সন্তোস হল; কিয়নো সেই সকলো বৰ সুন্দৰ। পহৰ বৰ জেতৰি হল, বতাহ সুসিতল, প্রিথিবি কলাপতিয়া ৰৰনেৰে সোভা কৰা হল, সুৰ্জ্জ চন্দ্রই আকাসত বৰ উজ্জল ৰূপে প্রকাস কৰিলে। চৰাই, পহু, আৰু জিয়াই থকা জন্তুবিলাক ভাল আৰু সুখিয়া আছিল; কিন্তু আটাইতকৈ আদম হৱাহে উত্তম আছিল; কাৰন সিহঁতে ইশ্বৰৰ সদ গুনৰ নিমিত্তে ভাবিব পাৰে, আৰু তেঁওৰ নামত স্তুতি ধন্যবাদ কৰিব পাৰে।

সপ্তাহত সাত দিন আছে, তাক তোমোলাকে জানা। সাত দিনৰ দিনা ইশ্বৰে একো ন কৰিলে, কিন্তু সকলো কৰমৰ পৰা জিৰালে, আৰু সেই দিনকে তেঁও আপোনাৰ বুলি কলে; কিয়নো তেঁও সেই দিনকে পবিত্র কৰিলে। সেই কাৰনেহে মানুহবিলাকে সেই দিনত সকলো কাম এৰি জিৰাই; আৰু সেই দিন ইশ্বৰৰ বুলি কই। সেয়ে বিস্রাম দিন, ইশ্বৰক ধন্যবাদ কৰিবলৈ বৰ দিন।

ছই দিনৰ মাজত ইশ্বৰে জিবিলাক জন্তু স্রুজিলে, সেই সকলোৰে মাজত আদম আৰু হৱাত বাজে আন কোনেও জিবাৰে ইশ্বৰক ধন্যবাদ কৰিব নোআৰে।

স্বৰ্গত দুতবিলাকে, আৰু প্রিথিবিত মানুহবিলাকে ইশ্বৰক ধন্যবাদ কৰিব পাৰে।

মোৰ প্রিয় লৰাবিলাক, তোমোলাকে কেতিয়াবা ইশ্বৰক ধন্যবাদ কৰা নে?

তেঁওক স্তুতি কৰা গিত কি জানি তোমোলাকে জানা।

তোমোলাকে তেঁওক ধন্যবাদ কৰালৈ ইশ্বৰে সন্তোস আছে নে! হয়, জদি তোমোলাকৰ চিন্তন আৰু প্রেম তেঁওলৈ থাকে, তেন্তে তোমোলাকৰ স্তুতি তেঁও গ্রহন কৰিব।

পৰম দুতবিলাকে প্রেম ভক্তি কৰি তেঁওক ধন্যবাদ সদাই কৰে, আৰু সেই দৰে আমিও কৰিব লাগে।

ইশ্বৰে প্রত্যেক দিনত কি কি কৰিলে, এতিয়া তাকে গনা।

প্রথম দিনা, পহৰ।

দুতিয় দিনা, বায়ু আৰু মেঘ।

ত্রিতিয় দিনা, প্রিথিবি, সমুদ্র, আৰু প্রিথিবিৰ পৰা বহা বস্তুবিলাক।

চতুৰ্থ দিনা, সুৰ্জ্জ, চন্দ্র, আৰু তৰাবিলাক।

পঞ্চম দিনা, মাচ, আৰু চৰাইবিলাক।

সষ্ঠ দিনত, পহুবিলাক, বগাই ফুৰা জন্তু, আৰু মানুহ।

সপ্তম দিনা, একো ন কৰিলে, ইশ্বৰে জিৰালে।

ক

## পুৰণি অসম বুৰঞ্জি, সং. ১৩ ।

**Suklengfa succeeds the Dihingia Raja—War with the Koches.**

পাচে জেঠৰ দিনত গৌৰেশ্বৰে তুৰ্বকক মাৰিবৰ বাত্ৰা পালে। লাকনি কংমুত (৪৯) সঁকত আঘোনৰ দিনত চিকলাই পৰ্বতত নিৰাহিনি সাণ্ডিয়া মৰলৰ পুতেক সিসু বিসু এই দুই ভায়েকে ৰজা দেৱৰ ঠাইলৈ মানুহ পঠালে; সন্দেস দিলে, ঘোঁৰা ২ টা, এটা সুকুলা, এটা পৰলা; তাঙৰ মুকুতা এধাৰ, পোআল এধাৰ, সোনৰ টঙালি এগচ, সুকুলা চামৰ একুৰি, গৰ্ড চামৰ ১ টা। এই সকল দি সিসু বিসুএ প্ৰাৰ্থনা কৰি আহিল, বোলে, মই ৰদ্দিক আপদে সম্পদে ৰধ্যা কৰিলে মই ৰচৰি সেৱা জনাই থাকিম। পাচে ৰজা দেৱে তাৰ মানুহ বিদাই দিলে আমাৰো কটকি পঠালে, সন্দেস দি সুকুলা মহ, সুকুলা গৰু। পাচে আমাৰ মানুহ সন্দেস দি উলটি আহিল। আত পাচে ৰজা দেৱে বৰ পাত্ৰ গোহাঁইক কচাৰিৰ ৰাজ্য খাবলৈ পঠালে। থাওমুংকতক, থাওমুংথ, থাওমুংচেনৰ, চুলেং চাৰিঙ ৰজা, চুক্লংমুং তিপাম ৰজা, এই সকলক বৰ পাত্ৰৰ লগলৈ পঠালে। পাচে ৰজা দেৱে মগলৌ ৰজাৰ জিএকক খুজি পঠালে; পাচে মগলৰ ত্যাওমন ৰজাই ঙংপলোম, ফুলুং, এই দুইক পঠালে, বোলে, মই নাংমাক কুঁঅৰিকৈ দি পঠাম। এই কথা সুনি ৰজা দেৱে বোলে, পূৰ্ব্বে শনথাৰাক জিনি কুঁঅৰি তিনটা পাইচোঁ, ই কথা পুৰণি হল, এখন কুঁঅৰি দিও বুলিচে, ভাল দিৰ, পূৰ্ব প্ৰিতি গোট চলোক; এই বুলি ৰজা দেৱে আমাৰ বিংৰাই কটকিৰ হাতত সোন ৰূপৰ চিৰি দুগচ তাৰ কটকিৰ লগত পঠাই দিলে। পাচে মগলৰ ত্যাওমন ৰজাই পুনৰ্ব্বাৰ ফিৰাই পঠালে, সেই কটকিৰ হাতত ঘোঁৰা পোক্কেৰেটা, হাতি ১ টা; লেখা পত্ৰ দি আহিল, কৰতিয়া গঙ্গাত দল ৰন্ধা পুখুৰি খন্দা সঁক, ১৪৪৮।

পাচে চুহুম্মুং দিহিঙ্গিয়া ৰজা দেৱে পুতেক চুক্লংফা তিপাম ৰজা ৰহাগৰ দিনত বৰ কুকুৰা জুঁজাইচিলে। জেঠৰ দিনত ৰাপেক পুতেকে বোলা বুলি কৰি পুতেক গৰগাঁৱলৈ আহিল। লাকনি তাওচান সঁকত ৰজা দেৱে চুলেং চাৰিঙ ৰজাকে, চুখ্ৰেংসক গোহাঁইকে, এই দুই পুতেকক মাতি আনি আলচ কৰিলে, বোলে, তইঁত দুই ভায়েৰে গৈ গৰগাঁয়া ৰপাইক মাতি আনগৈ; বৰ গোহাঁইকো আনিবি। পাচে দুই কোঁঅৰে গৈ মাতিলেগৈ। চুক্লংফা তিপাম ৰজা বোলে, ৰপাই, তইঁত কি কাৰনে আহিলি? ত্যাওতিয়ে আহি মোক নিয়কহি। পাচে ৰজা দেৱে ত্যাওতিয়ক ৰাখি চুলেং চাৰিঙ ৰজাক পঠাই দিলে। মংচিপৰ পৰা আনিৰলৈ বৰ গোহাঁই সহিতে কথা ৰাত্ৰা হৈ বিধাৰন হেন জানি নানি উলটি গল। পাচে ৰজা দেৱে মাঘৰ দিনত দিহিঙ্গৰ পৰা ৰকতালৈ আহি সম্ফা দেঁওধাইক পঠাই চুক্লংফা গৰগাঁয়া ৰজাৰ মাকক পানিত হাত জোবোৰাই সপত কৰাই ৰজা দেও দিহিঙ্গলৈ উলটি গল; গৰগাঁয়া ৰজাৰ মাক পৰ্বতলৈ উলটি গল। পাচে চতৰ দিনত পৰ্বতৰ দেও ঘৰলৈ ৰজাৰ চোলা দি পঠালে, মচেঙ্গৰ পেৰাকো ঘোঁৰা এটাত তুলি দি পঠালে; নগৰ নৌ পাঁওতেইগৈ চুক্লংফা তিপাম ৰজা ৰাতমাল নামে কচাৰি লেহেতিয়াক তিৰি বেস ধৰাই পঠাই দি, বাপেক ৰজা দেৱক দুপৰ ৰাতি চুৰিৰে খুচি মৰালে।

লাকমি কাৰাও (৫১) সঁকত মাঘৰ দিনত চুহুম্মুং দিহিঙ্গিয়া ৰজা দেও মুংৰাই চিমুং কৰিলে। ভোগ কৰিলে ৪৩ বচৰ, হিন্দু মতে সঁক ১৪৯২, (১৪৬১)। দিহিঙ্গিয়া ৰজা দেৱৰ কথা সমাপত।

এঁওৰে পুতেক চুক্লংফা তিপাম ৰজা লাকনি কাৰাও সঁকত ৰজা হল। লাকনি তাপকেও সঁকত ৰজা দেৱৰ ভায়েক চুলেং চাৰিঙ্গিয়া গোহাঁইক তিপাম ৰজা পাতিলে। চুতেং নামকৰিয়া গোহাঁইক চাৰিঙ্গিয়া গোহাঁই পাতিলে। চুখ্ৰেংসক গোহাঁইক নাম-

কৰিয়া ৰজা পাতিলে। এই সংকতে ৰজা দেৱে কচাৰি ৰাজ্যলৈ গৈ ভাউকা নামে ঠাই পালেগৈ। তাৰে পৰা ৰাজ মাও দেও মৰিবৰ সুনি উলটি আহিল। ৰজা দেও চুলেং তিপাম ৰজাক কচাৰি ৰাজ্যলৈ পঠালে। পাচে চুলেং তিপমিয়া গোহাঁই দেৱে কচাৰি ৰাজ্যলৈ গৈ নুইতৰ কাষৰত কোঁঠ কৰি ৰলগৈ। পৰে কাতিৰ দিনত চুলেং তিপমিয়া গোহাঁয়ে কচাৰি ৰাজৰ পৰা আহি ভেঁটি ভাৰ সহিতে ৰজা দেৱক সেৱা কৰিলেহি। পাচে সেই বচৰতে কচাৰি ৰজা যুধলৈ আগ বাঢ়ি আহিল, চুক্লংফা ৰজা দেৱে এই কথা সুনি সৈন্যে সহিতে কচাৰি ৰনলৈ আগ বাঢ়ি আহি চাৰিং পালেহি; চোম ঘৰত ৰহিবৰ সুনি তাৰে পৰা উলটি গৰগাঁৱলৈ আহিল। পাচে ৰহাগৰ দিনত চুটিয়া আহি চুহনক মাৰি লৰা তিৰোতা ধৰি দিচাঙৰ পৰা লৈ গল। পাচে ৰজা দেৱে এই কথা সুনি লাকনি প্লেকজি (৫৬) সংকত থাওমুং তিপামক কচাৰি ৰাজ্যৰ পৰা আনি দিচাঙত চুলেং তিপমিয়া গোহাঁইৰ হতুআই খোআলে।

লাকনি খুতচি সংকত কোচে যুধলৈ আহিল। বৰ গোহাঁয়ে যুধ ন কৰিবলৈ বাধিলে; থাওমুং বাননুং, তাওপিম, এই দুয়ে বৰ গোহাঁইৰ কথা ন লৈ ফুকন সকলেৰে দিকৰাই পাৰ হৈ কোচেৰে দুবাৰ যুধ কৰিলে। পাচৰ বাৰ যুধত কোচে বিস্তৰ কাঁৰ মাৰিলে; আমাৰ থাওমুংনাংলাইৰ হাতত কাঁৰ লগালে। পাচে হাতিএ আঘাত কৰি পেলালে; এনেতে ককায়েক খেনতে হাতিএৰে আহি ভায়েকক তুলি লৈ আহিল। পাচে কোচে খেদি আহিল; এনেতে আমাৰ মানুহ ভাগি পলাল। থাওমুং, বাননুং, হাতিএ সৈতে পৰিল; ফুংবিনো হাতিএ সৈতে পৰিল; লোকলাহনো ঘোঁৰাত উঠি যুধ কৰি পৰিল; পৰ্বতিয়া গোহাঁই গৰ এৰি হাতিএৰে পলাল; থাকুসন্দিকৈ গৰ এৰি হাৰি সোমাই ভইধুনে দি গৈ ঘোঁৰা এৰি পলাল; ৰাজ্যো খৰঙ্গিলৈ ভাগি আহিল। গুঁইমেলাৰ থাওমুংলাঙ ৰাজ নেওগ ১, থাওমুংবাননুং ১, ফুংবিনৰ ভাই নাকিং ৰাজ নেওগ ১, এই তিনিএ ৰাতি কোচক কঁৰিয়াইচিলে। পাচে তাৰে পৰা ভাগি আহি পুআ সনা পালেহি; কোচেও খেদি আহিল; আমাৰ লোকেও যুধ ধৰিলে। আমাৰ ৰাজ খোআ হাজৰকিয়া দুয়ো পৰিল। থাওমুংখেনচ, থাওমুংচেনৰ, থাওমুংক্লচেন, থাওমুং নাংলা, থাওমুং নাৰিম, থাওমুং চাৰিঙ, চাওচামখ্রুং, ত্যাওবিন প্লাইনা, ত্যাওবিন, ত্যাওকুকং, এই সকলক ৰজা দেৱে পাচত গলে; আৰু ত্যাওলুংলানক নাৱৰ অধিকাৰ কৰিলে। ৰজা দেৱে এই সকলেৰে পিচলাৰ গৰ পাৰ হৈ জাঁওতে কোচে আহি যুধ ধৰিলেহি; যুধে নোআৰি কোচ ভাগি গল। পাচে আমাৰ চুলেং তিপমিয়া ৰজা ১, চুতেং চাৰিঙ ৰজা ১, কংচেং বৰ পাত্ৰ ১, এই তিনিএ সমস্ত লোকেৰে কোচক খেদি পানিত পেলাই কাটিলে, তাতে ঘোঁৰা পালে দুটা। পাচে ৰজা দেৱে ৰন জিনি সৈন্যেৰে উজাই আহি বিংখন মুংখন কৰিলেহি।

পাচে লাকনি ত্যাওচিঙা সংকত তাঙৰ ভূমি কম্প গল, মাটি ফাটি সিল বালি ওলাল। লাকনি কামুত (১) সংকত ৰজা দেও ত্যোগনত আচিলে; সেই সময়ত বানচাঙ নগাই বানফা নগাৰে কন্দল লগালে। পাচে বানফা নগাই বলে নোআৰি মহ, মেঠোন, পহু, মৰা, কুকুৰ আনি ৰজা দেৱৰ ঠাইত সৰনাগত হৈ বৰ মাগিলেহি; বোলে, বানচাঙ নগাৰ নিমিত্তে বৰ নোআৰোঁ, সৰ্গদেৱে জেনে কপে হই ৰখ্যা কৰোক। পাচে ৰজা দেৱে বানচাঙ নগাক যুধ কৰিবলৈ সৈন্য দি বুৰা গোহাঁইক পঠালে; আৰু লানত্যাঙক মহঙত থাকিব দিলে। ৰজা দেও সিলা গ্ৰামতে আচিলে, সেই ঠাইকে বানবিন বোলে। পাচে বুৰা গোহাঁয়ে বানচাঙ নগাক জিনি, কিংপুং নামে তাৰ ৰজাটোক ধৰি আনিলে।

ভাৰ পালে মহ ১ কুৰি, মেচোন ৯ টা. টেঙ্গাৰ মান পোআল ১ টা; এই দুবোহে কিং‌পুং চালি নগা ৰজাক আনি, ৰজা দে ৰক সেৱা কৰালেহি। লাকনি কাপ্যান (১) সঁকত পুহৰ দিনত ত্যাওলাংত্যাং মৰিল ভাদৰ দিনত ত্যাওচতেং, ত্যাওলুংভিাম. ত্যাওচিইমহ, এই তিনিও মৰিল। পাচে ৰজা দেও এবচৰ নৰিয়া পৰি আছিল। লাকনি ৰাইমিত সঁকত চুক্লংফা ৰজা দেও মিৃত্যু হল। এঁৱে ভোগ কৰিলে ১৪ বচৰ।

## অনেক দেসৰ সম্বাদ।

Journal of Events.

সকলো দেসৰ বস্তুৰ মহা দৰ্সনৰ নিমিত্তে লণ্ডন নগৰত জি চাহাবে আৰ্চিৰ বৰ ঘৰ সাজিবলৈ আৰ্হি দেখালে, তেঁওৰ নাম স্ত্রীজুত জচেফ পাক্‌স্তন। তেঁওৰ নকচা ইয়াত লি-



Joseph Paxton, Esq., Architect of the Crystal Palace.

খা আছে। সেই মহা দৰ্সন চাবৰ নিমিত্তে সকলো দেসৰ লোক গৈচে; সিবিলাকৰ মাজত তুৰুক দেসৰ মুস্তাফা বাদস্যা নামে এজন ৰাজ মন্ত্রি, আৰু খেহ দেসৰ মান্দৰিন বিসই থকা প্রধান লোক এজনো গৈচে। সিবিলাকৰ নকচাও ওপৰত লিখা আছে।

সোঁ ফালে থকা ভাজৰ নকচাত স্রী শ্রীমতি মহা ৰানি আৰু তেঁওৰ স্বামি পুত্র দুহিত্রিএ সৈতে সেই মহা দৰ্সনৰ ঘৰত সোমোআৰ



Moustapha Pasha, and the Chinese Mandarin.

পুতলা লিখা আচে। তাৰ মাজত থকা জনা মহা ৰানিৰ স্বামি প্রিঞ্চ আলবৰ্ত; তেঁও সোঁ হাতে মহা ৰানিক, বাঁও হাতে দুহিত্রিক ধৰি লৈ গৈচে; মহা ৰানিএ সোঁ হাতে বৰ কোঁঅৰ জুবৰাজক ধৰিচে। তেঁওবিলাকৰ পাচ ফালে জাচি বৰচা ধৰি পালি লোআ লোক আচে; আগ ফালে সোনোআলি চোলা পিন্ধি ডণ্ড ধৰা বৰ লোক দুজন লিখা আচে।

মান দেসলৈ জাবৰ নিমিত্তে খেহৰ এখান জোঙ্গ নাও ৯ মেই তাৰিখত পিনাঙ্গ নগৰ এৰি গলত মাকাও নিবাসি জি ৪৫ জাত্রি জাহাজত আছিল, সিহঁতে উঠি জাহাজৰ আ-টাই বমুআবোৰ মাৰিলে। তেতিয়া জাহা-জৰ পিচ ফালে থকা ৮।৯ খেহ লোকে ভোজনৰ পাচে ধুঁআ খাই আছিল, সিবিলা-কে হাই সুনি আপোনাৰ খোঁটালিৰ দুআৰ মাৰি সিহঁতক সোমাবলৈ বাধা কৰিলত সিহঁ-তে দুআৰ ভাঙ্গিব খুজিলে। এনে সময়ত খেহবিলাকে খাৰ ভৰোআ এটা পিপা লৈ, সোমালে জুই লগাম বুলিলত তোমোলাকক একো দুখ নি দিম বুলি সিহঁতে সপত কৰি মিতিৰ পাতিলে। কাল ক্রমে মালাকা নগৰ

INAUGURATION OF THE CRYSTAL PALACE.



ন-। ৻এ পুগমে মহা দর্শনৰ আৰ্হিৰ ঘৰত প্ৰবেশ হৈ।

The Great Exhibition opened by the Queen.—From the Illustrated London News

পাই মাক্তাও নিবাসিবোৰে জাহাজৰ আটাই বস্তুৰ ভাগ বাটি ললে, কিন্তু খেহবিলাকে নগৰৰ ভিতৰলৈ গৈ এই কথা কলে; তাতে অধিকাৰে সেই বধ কৰা সকলোকে ধৰাই নিয়ালে ।

ফৰিদপুৰ জিলাত ৯ এপ্রিলত বাধানাথ গোপি নামে এজন মানুহে ৭ বচৰিয়া লৰা এটা অংঘললৈ নি তাৰ গাৰ অলঙ্কাৰ পাবৰ নিমিত্তে তাৰ ডিঙ্গিত ভোল লগাই চেপি মাৰিলে । তাৰ পাচে সি আপোন ঘৰলৈ গৈ ভাত খাই ৪ টকা কপৰ বস্তু বজাৰত বেচি দুখন-চুৰিয়া কিনিলত বাকি জি অলঙ্কাৰ থাকিল, সেইবোৰ মাটিত পুতিলে । তাৰ কিচু দিনৰ পাচে সিয়ালে খাই এবা হাৰ মুৰ হাবিত পাই তাৰ লৰা দাঁতত চিন পাই তাক সেই লৰা বুলি জানিলে । পাচে সেই মানুহ ধৰা পৰিলত কলিকতাৰ সদৰ নিজামতৰ সোধাৰুএ তাক ফাঁচি দিবলৈ আগ্যা কৰিলে, আৰু এই দেসৰ লোকে লৰাক অলঙ্কাৰ নি পিন্ধাবৰ নিমিত্তে সেই কথা প্রকাস কৰিবলৈ আগ্যা দিচে । এই ৰূপে ঠায়ে ঠায়ে অলঙ্কাৰৰ কাৰনে অনেক লৰা বচৰি ৰুৰি মাৰি আচে ।

## সাঁথৰ দিয়া ।

**Riddles.**

১ । গচ কুম্ভ ৰবন, লাগে পাঁচ বৰন,
পকোঁতে জাকে জাকে পৰে,
সৰোঁতে এটি এটি সৰে ।

২ । ওপৰৰ পৰা পৰিল চিলা,
মুৰ নাই কিয়া গোটেই গিলা ।

৩ । লাৰ ওপৰত লি,
চাঁচি লগালে কাটি কামি,
নে চাঁচি লগালে কি?

৪ । চাৰি ফালে চাৰি বান,
দুফালে দুখন কান,
গোটে গোটে মানুহ গিলে,
তেও নে জাই প্রান ।

৫ । বজাৰ জপা একুৰি এখনপা ।

৬ । বজাৰ জি লৰি জাই,
সদৌ ফুল সৰি জাই ।

৭ । ই ফালে বা বাঁহ, সি ফালে বা বাঁহ,
ভাগো ভাগো কৰে বাঁহ ।
তেও মুৰে বাজ হাঁহ ।

৮ । গচৰ ওপৰত গুটি, গুটিৰ ওপৰত গচ,
ই নো কি গচৰ সঁচ?

৯ । ৰূপাৰ ওপৰত কুপা,
কুপাৰ ওপৰত তেল,
জব পুৰকে বান্ধি থৈচোঁ,
কোনে পাৰ মেল ।

১০ । আম গুম গুম, চাম গুম গুম,
পৰ্বতে গুম গুমাই বাসালিকাই,
কনিটো পাৰিচে পানিত তল নে জাই ।

ইয়াৰ অৰ্থ এই ।

১, কুমাৰৰ পাগ সালি । ২, চোলা । ৩, এলাঁধু । ৪, ঘৰ । ৫, কলাভিল । ৬, নি-য়ৰ । ৭, দোলা । ৮, কেতেই কঁঠাল । ৯, বাঁহ গাচি । ১০, তেল টোপা ।

---

## চেপ্তেম্বৰ, অৰ্থাত আহিনৰ পঞ্জিকা ।

**Almanac for September, 1851.**

| চেপ্তেম্বৰ | ভাদ | বাৰ | তিথি | দিনমান | চেপ্তেম্বৰ | আহিন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ২ | ৬ | ১২।৩৪ | ১৬ | ১ | ৩ | ২১ | ১২।১০ |
| ২ | ১৮ | ৩ | ৭ | ১২।৩২ | ১৭ | ২ | ৪ | ২২ | ১২।৮ |
| ৩ | ১৯ | ৪ | ৮ | ১২।৩০ | ১৮ | ৩ | ৫ | ২৩ | ১২।৬ |
| ৪ | ২০ | ৫ | ৯ | ১২।২৮ | ১৯ | ৪ | ৬ | ২৪ | ১২।৫ |
| ৫ | ২১ | ৬ | ১০ | ১২।২৬ | ২০ | ৫ | ৭ | ২৫ | ১২।৩ |
| ৬ | ২২ | ৭ | ১১ | ১২।২৫ | | | | | |
| | | | | | ২১ | ৬ | ১ | ২৬ | ১২।১ |
| ৭ | ২৩ | ১ | ১২ | ১২।২৩ | ২২ | ৭ | ২ | ২৭ | ১২।০ |
| ৮ | ২৪ | ২ | ১৩ | ১২।২২ | ২৩ | ৮ | ৩ | ২৮ | ১১।৫৯ |
| ৯ | ২৫ | ৩ | ১৪ | ১২।২০ | ২৪ | ৯ | ৪ | ২৯ | ১১।৫৭ |
| ১০ | ২৬ | ৪ | ১৫ | ১২।১৯ | ২৫ | ১০ | ৫ | ৩০ | ১১।৫৬ |
| ১১ | ২৭ | ৫ | ১৬ | ১২।১৭ | ২৬ | ১১ | ৬ | ১ | ১১।৫৪ |
| ১২ | ২৮ | ৬ | ১৭ | ১২।১৬ | ২৭ | ১২ | ৭ | ২ | ১১।৫৩ |
| ১৩ | ২৯ | ৭ | ১৮ | ১২।১৪ | | | | | |
| | | | | | ২৮ | ১৩ | ১ | ৩ | ১১।৫২ |
| ১৪ | ৩০ | ১ | ১৯ | ১২।১৩ | ২৯ | ১৪ | ২ | ৪ | ১১।৫০ |
| ১৫ | ৩১ | ২ | ২০ | ১২।১১ | ৩০ | ১৫ | ৩ | ৫ | ১১।৪৯ |

পূৰ্নিমা ১০ দিনৰ ৮।২ ভাটি । আমাবাস্যা ২৫ দিনৰ ০।৩০ ভাটি ।

---

THE ORUNUDOI,
*Printed and Published by* O. T. CUTTER, *at the Sibsagor Mission Press.*—N. BROWN, *Editor.*

অৰুণোদই

৬ বচৰ। মোং শিৱসাগৰ, চেপ্তেম্বৰ, ১৮৫১। নম্বৰ ৯।

VOL. VI. SIBSAGOR, ASAM, SEPTEMBER, 1851. NO. 9.

## পাৰ্চি দেসৰ বিবৰণ।

**Description of Persia.**

পূৰ্ব্ব কালত পাৰ্চি দেস অতি প্ৰধান আৰু সক্তিমন্ত। খ্ৰিষ্টৰ আগেয়ে কোৰচ আহাচুএৰ, আৰ্তজ্যাস্তা বা আৰ্দচিৰ, দাৰিয়ু, চৰ্কচিচ, তাৰ এইবিলাক ৰজা জুধত বৰ পৰাক্ৰমি আছিল। আগৰ কালত আফঘান, বিলুচ, আৰু আন আন সকদেসো পাৰ্চিৰ ভিতৰ আছিল, এতিয়া প্ৰিথক হল। আৰু এস বচৰ মানৰ পৰা অনেক ৰন হোআত, সেই দেস সৰু হৈ গল। তাৰ দিঘে ৯০০ মাইল, পথালিএ ৮৫০। প্ৰজা ১,১০,০০,০০০ মান আছে।

পাৰ্চিৰ উত্তৰ ফালে কুৰ নদি, কাস্পিয়ান সমুদ্ৰ, আৰু খিৱা দেস আছে; দখিন ফালে পাৰ্চি সমুদ্ৰ; পুব ফালে এটা বৰ ডাঙ্গৰ বালি ভৈয়াম; পচিম ফালে ফিৰাট আৰু তিগৰ নদি আৰু আৰ্মেনিয়াৰ পৰ্ব্বত। দেসৰ মাজ ভোখৰ খৰ খৰিয়া নিসত, আৰু নানা বিল থকা চাপৰি। জি সৰু সৰু নদিবোৰ আছে, তাৰ দোআৰাই কেতবিলাক মাটি ৰসিক জিপাল।

কাস্পিয়ান সমুদ্ৰৰ দাঁতিত মাটি সাৰুআ, কিন্তু নিয়ৰ অধিক পৰে, আৰু বায়ু বিসম। তাত অনেক সুন্দৰ বাৰি পাতে; স্যিৰাজ নগৰৰ পনিয়ালৰ ৰস অতি চিকন সোআদ। তাতে আৰ্জে মুনি গচ, পাট পলু, ধান, ঘেঁহু, কপাহ, ধঁপাত, নিল, আফু, হিঙ্গ, তিবাল, কুঁহিয়াৰ, সুমথিৰা, ডিমৰু, ডালিম, বাদাম, আৰু নৰা বগৰি। ইয়াৰ বাজে লো, তাম, ৰূপ, মুকুতা আছে; আৰু অনেক সুন্দৰ কাপৰ কৰি বেচে।

পাৰ্চি দেসত ঘোঁৰা, গাধ, উট, সিংহ, বাঘ, ভালুক, বৰা, আৰু মেৰ চাগ আছে। ঘোঁৰা বৰ সুন্দৰ, কিন্তু আৰবিৰ ঘোঁৰাৰ সমান বেগি আৰু টান পকিয়া ন হই। সিইতৰ এবিধ মেৰ চাগৰ নেজ বৰ ডাঙ্গৰ ভিঘল, আৰু জোখতো ১০।১৫ সেৰ গধুৰ হই।

পাৰ্চিৰ বাদস্যাই আপোনাৰ লোকবিলাকক কঠিন ৰূপে দমন কৰে; সিইতৰ প্ৰান বা সম্পাতি ইচাৰ দৰে মাৰিব নিব পাৰে। তথাপি সেই দেসত ডকাইত চোৰ সৰহ। সিবিলাকৰ আলাপ অতি চিকন মিত্ৰ ভাও, আৰু পেটত খিয়াল ৰাখিলেও মিতিৰৰ দৰে মুখে কথা কই।

পাৰ্চি লোক প্ৰায়ে মচলমান, কিন্তু সিবিলাকৰ বেলেগ মত, আলিৰ সিধ্যাৰ দৰে প্ৰবৰ্ত্তে; সেই নিমিত্তে আন মচলমানে সৈতে নি মিলে। তাত বাজে চুফি নামে সকলো মানুহৰ অপচন্দ্ৰি গিয়ানিৰ এক মতো আছে; আৰু আদি পাৰ্চি অগ্নি সেৱক আছিল, এতিয়াও কেতবিলাক আছে।

আদি পাৰ্চিৰ ৰজহ সকত আৰু সুন্দৰ মানুহ, কিন্তু আন আন জাতিৰে মিহলি হোআত আগতকৈ কিছু হিন হল। সোন, ৰূপ আদি বহুমূল্য অনেক অলঙ্কাৰ পিন্ধে; ডাঁৰিতো মুকুতা লগাই। ভদ্ৰ লোকৰ তিৰোতাৰ ওৰনি নো লোআকৈ কেতিয়াও বাহিৰত দেখা নে জাই; মুখত দিঘল কা-



পৰ একুচিয়াকৈ মেৰাই, আৰু দিঘল মিহি পাট কাপৰ পিন্ধে । বৰ লোকে কেইবা জনিও তিৰোতা লই; সিইঁতে চাকৰৰ দৰে স্বামিৰ আল ধৰে; সেই দস্তুৰ উচিত ন হই ।

সিবিলাকৰ পুথি অনেক; সিবিলাকৰ কবি হাফিচ, চাদি, ফৰ্দুচিএ অতি সুন্দৰ ৰূপে পদ বৰ্নন কৰিছিল । সিবিলাকৰ ভাসা আৰু আখৰ আৰবিৰ নিচিনা; সোঁ ফালৰ পৰা বাঁও ফাললৈ কথা লিখে; আমাৰ পুথিৰ অন্ত জত থাকে, সিইঁতৰ পুথিৰ আগ থাকে; ইব্রি আৰু আৰবি পুথিও সেই ৰূপে লিখা আছে ।

পার্চিৰ ৰাজ নগৰ তেহেৰানৰ নিবাসি ৫০,০০০ মান হৈছে । সেই নগৰ এল্বৰ্জ পৰ্বতৰ গুৰিত; ঘাম কালত তাপৰ কাৰনে প্রায়ে সকলোএ তাক এৰি জাই । ইস্পাহান নামে পুৰনি ৰাজ নগৰ আছে; এতিয়াও ডাঙৰ নগৰ, নিবাসি লোক ২ লাখ মান প্রথমতে মগল বাদস্যা তিমুৰৰ দোআৰাই নষ্ট কৰা হৈছিল; পাচে ১৭২২ সকত আফঘান লোকে আকৌ ভাঙ্গি নষ্ট কৰিলে ।

২০০ বচৰৰ আগেয়ে তাব্রিজ নামে এক প্রধান নগৰ আছিল, তাৰ প্রজা ৫ লাখ হৈছিল, কিন্তু অনেক ভুইঁকঁপে তাক নষ্ট কৰিলে । এতিয়া ৮০,০০০ মানুহ আছে । এই নগৰত জুবৰাজ থাকে, আৰু তাত দুটা চাপা খানা অন্তত অনেক কিতাপ চাপিছে ।

মেস্যদ নগৰত ইমাম ৰেচা নামে এটা মচলমানৰ বৰ ডকতৰ মচিদ আছে; তালৈ ২০,০০০ মান জাত্রিক লোকে বচৰে বচৰে জাই ।

কিন্তু জি অতি সুন্দৰ নগৰত পার্চিৰ কবি আৰু বিদ্যাৱন্ত লোক নিবাস হৈছিল, তাৰ নাম সিৰাজ । তাৰ এদিনৰ বাট উত্তৰতে পৰ্চেপলি নামে এটা পুৰনি নগৰৰ ভগা চিগা অৱসেস বস্তু আছে । তাতো ভালেমান আখৰ আৰু মুৰ্ত্তিৰ নক্চা সিলৰ ওপৰত কটা আৰু লিখা আছে; কেৱে ভালকৈ পৰ্হিব নোআৰে । মহা চিকন্দৰে জেতিয়া পার্চি ৰজা দাৰিয়ক জিনিলে, তেতিয়া খঙেৰে সেই উত্তম নগৰ নষ্ট কৰিলে ।

## লণ্ডন নগৰৰ নিবাসিৰ সংখ্যা ।

**Population of London.**

কলিকতা অতি মহা নগৰ হই । আচিয়া অৰ্থাত ভাৰত বৰ্সৰ মাজত জেতেক নগৰ আছে, সেই সকলোৰে কলিকতা মুকুট; কিন্তু লণ্ডন মহা নগৰৰ অপেখ্যাৰে কলিকতা এখন গাঁৱৰ নিচিনা । সেদৰ বাৰ মানুহ পিয়ল কৰোঁতে কলিকতা নগৰত ৫ লাখ ১৩ হেজাৰ মানুহ আছিল । লণ্ডনৰ লোকৰ সংখ্যা ২৩,৬৩,১৪১; ইয়াৰ বাজে লণ্ডনৰ ওচৰ চহৰত লাখ লাখ মানুহৰ বসতি । দেন্মার্ক ৰাজ্যত জত লোক আছে, সেইমান লোক লণ্ডন নগৰত আছে । হানোবৰ ৰাজ্যতকৈ লণ্ডন নিবাসি দুগুন; গ্রিক ৰাজ্যতকৈ চাৰি গুন । কলিকতা, মান্দ্রাজ, বম্বাই, দিলি, আগৰা, পাটনা, লাহোৰ, এই সকলতো জিমান লোক আছে, তাৰ ডেৰ গুন লণ্ডনত । গোটেই খন অচম দেসৰ সমান মানুহ সেই নগৰত আছে । লণ্ডন নগৰত মানুহ থকা ঘৰ বাৰিৰ সংখ্যা, ৩,২৪,৬১১ । আন আন প্রকাৰ ঘৰ ৪,৮৪৭ । কলিকতাৰ মানুহে থকা ঘৰ ৬২,০০০ । আন আন ভাদৰ ঘৰ ৪০০ ।

## ধৰম কথাৰ সম্বাদ ।

**Missionary and Religious Intelligence.**

নগাঁও জিলাত ২৩ জুলাই তাৰিখত স্ত্রীজুত পাদুৰি ব্রুন্সন চাহাবৰ দোআৰাই স্ত্রীজুত পাদুৰি গত্লৰ দৈৱলি চাহাব আৰু স্ত্রী মতি মেৰি এচ্ সিয়ৃ মেম চাহাব, দুইৰো খ্রিষ্টিয়ান মতে সুভ বিৱাহ কৰোআ হৈচিল ।

সিৱসাগৰ জিলাত চেপ্তেম্বৰ ৭ তাৰিখত স্ত্রীজুত হুআইতিঙ্গ চাহাবৰ দোআৰাই স্ত্রী ভদ্রাম অচমিয়া, আৰু স্ত্রী লুংচাঙ্গ নামে নগা এজন, এই দুয়ো বুৰ পাই খ্রিষ্টিয়ান মণ্ডলিত গ্রহন কৰা হল ।

গুআহাটিত চেপ্তেম্বৰ ৭ তাৰিখে স্ত্রী মতি জাপৰি নামে ইস্কুলৰ চোআলি, আৰু আন এজনি তিৰোতা মানুহ গুআহাটিৰ মণ্ডলিত গ্রাজ্য কৰা হল ।

কান্পুৰ নগৰত জুলাই ৩১ তাৰিখত ৭ জন গোৰা সেনা আৰু দুজনি তিৰোতা স্ত্রীজুত উলিয়ম চাহাবৰ দোআৰাই বুৰ পালে।

১৬ আগষ্টত বৰিসাল নগৰত গাভৰু তিৰোতা তিনি জনি মণ্ডলিত গ্রহন কৰিলে ।

ইশ্বৰৰ ধৰম প্রবর্ত্তাবৰ নিমিত্তে জি ধৰমৰ সমাজ মেই মাহত লণ্ডনত সভা কৰিচে, সিবিলাকৰ নাম আৰু বচৰি দিয়া ধনৰ লেখ এই ।

| | |
|---|---|
| ধৰম সাস্ত্র বিলোআৰ সমাজ | ৫,৩৭,৯৫০ |
| ত্রেক্ত কিতাপ বিলোআৰ সমাজ | ৬,২১,৬৯৫ |
| বাপ্তিষ্ট মিস্যনেৰি সমাজ | ১,৯০,৬৪৯ |
| চর্চ মিস্যনেৰি সমাজ | ১১,২২,৫২০ |
| ওএস্লিয়ান মিস্যনেৰি সমাজ | ১০,৪৬,৬১০ |
| লণ্ডন মিস্যনেৰি সমাজ | ৬,৮০,২৮০ |
| স্কটলণ্ডৰ চর্চ মিস্যনেৰি সমাজ | ৭,২৪,৭০০ |
| স্কটলণ্ডৰ ফ্রি চর্চ মিস্যনেৰি সমাজ | ৫,২৬,০৯০ |

মাদগাস্কৰ উপদিপত ৪ জন ডাঙ্গৰিয়া লোকে খ্রিষ্টিয়ান ধৰম লোআত সিবিলাকক জুইত পুৰি মাৰিলে; আৰু আন ১৪ জন খিয়. গৰাৰ পৰা গঁতা মাৰি পেলালে । তথাপি ধৰম বাৰ্হি. গৈচে; এদিন চাউডাঙ্গ এজনে সিবিলাকক বিচাৰোঁতে অকস্মিতে ১০০০ খ্রিষ্টিয়ান লোক গোট খোআ পাই ধৰিলে ।

ইতালি দেসৰ ফলৰঞ্চ নগৰত ৭ মেই তাৰিখে কঁওত গুইচিৰ্দ্দিনি নামে এজন বৰ লোক আপোনাৰ কোনো মিতিৰে সৈতে মেজত বহি য়োহানে লিখা সাস্ত্র পৰ্হি থাকোঁতে কমিয়া বিসয়াই সোমাই ধৰি সকলোকে বিচাৰ কৰ্তালৈ নিলে; পাচে সেই সাস্ত্র পৰ্হাৰ জগৰত সিইতক এডোখৰ খৰাঙ্গ ঠাইত চ মাহলৈকে কইদ কৰি ৰাখিবলৈ হুকুম দিলে ।

এক কোঁঠত ধৰা দুজন বনুআ মানুহ সংসাৰিক মন হৈ ইজনে সিজনে খিয়লা খিয়লি কৰি আমি একে লগে গুলিয়াই জুজ কৰিম বুলি নিৰ্বন্ধ কৰিলত ৰাতি এখন পঁধাৰলৈ গৈচিল । তাতে সেই কোঁঠৰ আন এজন খ্রিষ্টিয়ান মানুহে সেই ঠাইত প্রার্থনা কৰি আচিল । সেই দুজন তাৰ ওচৰ পাই প্রার্থনাৰ মাত সুনি বৰ আচৰিত মানিলে; আৰু ইশ্বৰে আমাক এই দুষ্ট কৰম কৰিবলৈ নিসেধ কৰিচে, ইয়াকে ভাবি দুইৰো একে বেলিএ খঙ্গ গুচি মনত প্রিতি সোমাই ইএ সিএ হাতত ধৰা ধৰিকৈ খেমা খুজি আলাপৰ কথা বান্ধিলে । ধৰমিৰ প্রার্থনাত এনে সক্তি ।



দখিন সাগৰৰ মাজুলিৰ দেও মুৰ্ত্তি ।

## কালে সৰ্ব্বনাস কৰা কথা।

The Ravages of Time.

দূৰৈত থকা তৈৰামত মানুহৰ হাতে সজা ওখ কলচিবোৰে সৈতে এটা মন্দিৰ দেখিলোঁ। তাৰ গুৰিত জলৰ সুঁতি বৈ গল, আৰু বিধতাৰ ঘুমুহা বজ্ৰপাত তাৰ ওপৰত পৰিল, তথাপি অথই হিৰাৰ নিচিনা সেই মন্দিৰ অলৰ হৈ থাকিল।

মই উভতি আহি চাই দেখিলোঁ, মন্দিৰ নাই। তাৰ ওখ প্ৰাঙ্কি ভগা চিগা হৈ পৰি থকা ঠাইত চুৰ্ণ চুৰিয়া ঢেকিয়া আৰু বন ঘাঁহ ভাঠ হৈ গজি বাঢ়ি আছিল। মানিসা ৰাতিত হুদুৰ দিঘল মাত সেই নিৰ্জ্জন ঠাই ভয়ঙ্কৰ কৰিলে। তাত কি বুৰা আনন্দিত লোকে ৰঙ্গ ধেমালি কৰিছিল, সিবিলাক সকলো আঁতৰি গল।

এটা লৰা দেখিলোঁ। সি মাকৰ চেনেহৰ পাত্ৰ, বাপেকৰ প্ৰত্যাশা, যৌৱন কালত বৰ হৰ্ষিত আছিল। মই উভতি আহি দেখিলোঁ, সেই লৰা বুৰা হল। আপোন পুৰুষ কালৰ সকলো মানুহ বিনাশ হলত তেঁও চাৰিও কালে অচিনাকিৰ মাজত অকলেই থাকি বয়সৰ ভাৰেৰে কঁপি আছিল।

তেতিয়া মোৰ ৰথাক দূতত সুধিলোঁ, এই সকলোৰে বিনাসক কোন?

তেঁও বুলিলে, কাল। ভূমণ্ডল নতুনকৈ সৃজাৰ সময়ে যেতিয়া প্ৰভাতৰ তৰাবিলাকে আনন্দেৰে গান কৰিবলৈ ধৰিলে, তেতিয়া তেঁওৰ যাত্ৰাৰ আৰম্ভন হল। আৰু যেতিয়া তেঁও সংসাৰৰ সুন্দৰ ভাও গুচাব, দিনমনিক তাৰ মণ্ডলৰ পৰা কাঢ়ি নিব, চন্দ্ৰকো তেজমই কৰিব, যেতিয়া আকাস মণ্ডল আৰু প্ৰিথিৱি পুথিৰ নুৰাৰ দৰে নুৰিয়াই থব, তেতিয়া সৰ্ব্বসক্তিমন্তৰ সিংহাসনৰ পৰা এজন দূত ওলাই, জলে থলে ভৰি দি স্বৰ্গৰ ফাললৈ হাত তুলি, অনাদি অনন্ত জনৰ নামে সপত কৰি কব, প্ৰিথিবিৰ কাল বৰ্ত্তমান আৰু ভূত, কিন্তু ভবিষ্যত ন হব।

মই সুধিলোঁ, কাল বিনাসক ন হৈ মঙ্গল দায়ক যেন হই, এনে কোনো উপাই নাই নে?

দূতে উত্তৰ কৰিলে, আছে, কঁও, সুনা। তেঁও তোমাৰ ওচৰে দি যাওতে তেঁওৰ হাতত ধৰিলে, তোমাক অতি বেগে অমৰন সুখলৈ নিব; কিন্তু তুমি বাট চাই তেঁও যোৱা সময় অৱহেলা কৰিলে, তোমাক দুখৰ ঘোৰ মাজে দি নি, অলপ দিনত অগাধ সোকত মগ্ন কৰি পেলাব। তেঁওৰ চক্ৰ অতি বেগেৰে ঘুৰি যাই; তেঁওৰ উপকাৰ জনাবিলাকক কৰম ফল দিব। তুমি যদি সুখিয়া হব খোজা, তেন্তে সোন কপতকৈও কালক অনন্ত গুন বহুমূল্য মানিবা। উৰি যোৱা প্ৰতি খন্তেককো ধৰি সদ কৰমতে তাক নিয়াবা। ॥

---

## মহা দৰ্সনৰ আৰ্চি ঘৰ।

Dimensions of the Crystal Palace.

মহা দসনৰ আৰ্চি ঘৰ দিঘে ১২৩২ হাত; পথালিএ ২৭২ হাত। ওখই ৪৪ হাত, মাজৰ টুপটো ওখই ৭২ হাত; তাৰ তলত ভাঙ্গৰ বৰ বৰ গচ আছে। সেই ঘৰত ৩২৩০ লোহাৰ খুঁটা, আৰু ১১২৪ লোহাৰ চতি, আৰু তাত বাজে সকত কৰিবলৈ ২২৪৪ লোহাৰ ভাঙ্গো আৰ্চে। থাপ থাপকৈ তিনি থাপ আছে, সকলোকে আৰ্চিৰে ঢকা হোআত বাহিৰত দিনৰ পহৰ যেনে, ভিতৰতো তেনে। এহাত দিঘল বহল এনে চটাৰে ৪,০০,০০০ আৰ্চি থাই। ঘৰৰ ভিতৰত মাটি ১৪ পুৰাতকৈ অধিক সোমাইছে। সেই ঘৰ সজাত ১৩,০০,০০০ টকা খৰচ হৈছে। তাৰ বস্তু দেখিবলৈ বহু মানুহে গাই পতি আধলি আধলি দি দিনে দিনে সোমাই চাই; কোনো দিনত ৭০,০০০ মানুহে সেই দৰে ধন দি সোমাই। পাচে তাৰ পৰা সকলোবস্তু নিলে, তাত জাৰ কালি সুন্দৰ বাৰি কৰিবলৈ ঘৰ ৰাখিম বুলি থিৰ কৰিছে। কিয়নো বিলাইতত বৰ টান জাৰ হোআত জাৰ কালত কোমল আৰু সুন্দৰ গচনি জিএ; ৪।৫ মাহ ফুল পাৰ নোআৰে; কিন্তু এনে আৰ্চিৰ ঘৰ হলে তাত বাৰেও কাল ফুলনি বাৰি কৰিব পাৰে।



উত্তর কালে কিছু দূরের পরা চালে মহা দর্শনের ঘর এই রূপ দেখা যায় ।

The Crystal Palace, distant View.—From the Illustrated London News.

মহা দর্শনের ঘর পূব কালের পরা চোস্নাত এই রূপে দেখে ।

The Crystal Palace, Moonlight View from the Serpentine.—From the Illustrated London News

## কলিকত্তাত থকা শ্ৰীজুত ম্বজোত আলিএ লিখা পত্ৰ।

**Comparison of the Crystal Palace and the Celestial City.**

হে প্ৰিয় ভাই সকল, বিলাইত দেসত আৰ্চিৰ ঘৰ এটা সাজিচে, তাক তোমোলাকে সুনিচা। এই জগতৰ মাজত তাৰ নিচিনা ঘৰ আন কোনো দেসত নাই। আৰু অনেক দেসৰ বহু মুলিয়া বস্তুবিলাক লগাই দি সেই ঘৰ সোভা কৰিচে। সেই ঘৰ দেখাবিলাকৰ চকুএ আচৰিত, আৰু মনোৰঞ্জক হৈচে, আৰু সেই ঘৰ চাবলৈ নানা দেসৰ লোকৰ গমন হোআত অধিককৈ সেই ঘৰ আৰু সোভিত হল। জি হেতুকে আমাৰ ঐশ্বৰ্জৱন্ত মহা ৰানিএ তাত সোভিত হৈ দিপ্তি কৰি, চিল। কিন্তু এয়েই স্বৰুপ হই, সেই ঘৰ অতি মন সন্তোস; সুখিয়াতিৰ জোগ্য। তথাপি হে প্ৰিয় ভাইবিলাক, মই জি ঘৰৰ কথা কব খোজোঁ, তাৰে সৈতে তুলনা কৰিলে অনেক লৰ দেখোঁ। এতিয়া সেই ঘৰৰ বৰ্ননা কৰোঁ, আপোনা সকলে মন দি সুনুক; ধৰম পুথিৰ প্ৰকাসিত ২১ আ ১০ পদৰ পৰা। তাতে তেঁও মোক আত্মাৰে এটা ওখ বৰ পৰ্বতলৈ নি, ইশ্বৰৰ পৰা স্বৰগৰ বাহিৰ হৈ নামি অহা সেই পবিত্ৰ য়িৰুচালম নগৰক দেখুআলে। সেই নগৰ ইশ্বৰৰ প্ৰভাৱেৰে জুগুত আচিল; তাৰ কান্তি বহুমুল্য ৰত্ন অৰ্থাত সুৰ্জকান্ত মনিৰ নিচিনা, আৰু ফটিকৰ দৰে নিৰ্মল। আৰু সেই নগৰৰ গৰ অতি ওখ ডাঙ্গৰ, তাৰ পুব ফালে তিনি দুআৰ, উত্তৰ ফালে তিনি দুআৰ, দখিন ফালে তিনি দুআৰ, পচিম ফালে তিনি দুআৰ, আটায়ে মুলি বাৰে খন দুআৰ আচিল। সেই বাৰে খন দুআৰত-বাৰে জন দুত থাকে, আৰু দুআৰৰ ওপৰত ইস্ৰাএলৰ বংশৰ বাৰে ফৈদৰ নাম লিখা আচিল। আৰু নগৰৰ পকি গঁথা বাৰেটা মুল; তাতে মেৰ পোআলিৰ বাৰে জন পাঁচনি আটাইৰে নাম আচিল। আৰু মোৰে সৈতে কথা হোআ দুতৰ হাতত নগৰ, আৰু সেই দুআৰ, আৰু গৰ জুখিবৰ নিমিত্তে সোনৰ নল টাঁৰ এদাল আচিল। সেই নগৰ চাৰি চুকিয়া, তাৰ দিঘে পথালিএ সমান। পাচে দুতে নগৰ খন টাৰ ডালেৰে জুখিলত বাৰে হেজাৰ বেঁও ঠিক হল; দিঘে পথালিএ ওখই একে সমান। পাচে গৰ জুখিলত মানুহৰ অৰ্থাত সেই দুতৰ হাতৰ এস চৌচলিচ হাত পৰিমান হল। আৰু গৰ সুৰ্জকান্ত মনিৰে ৰক্ষা হৈচিল; আৰু নগৰ নিৰ্মল ফটিকৰ নিচিনা সুধ সোনেৰে কৰিলে। নগৰৰ মুলবিলাক হলে অনেক বিধ বহু মুল্য মনিৰে ৰক্ষা ভুসিত আচিল; প্ৰথম মুল সুৰ্জকান্তৰ, দুতিয় নিলকান্তৰ, ত্ৰিতিয় লালৈৰ, চতুৰ্থ পানাৰ, পঞ্চম বৈদুৰ্জৰ, সষ্ট চুঙ্গি ৰাখৰৰ, সপ্তম চন্দ্ৰকান্তৰ, অষ্টম গোদন্তৰ, নৱম পদ্মৰাগৰ, দসম কৰ্পুৰানিৰ; একাদস পেৰোজৰ; দ্বাদস মৰকতৰ আচিল। এটা এটা মুকুতাৰে কৰা এখন এখন দুআৰ; এই ৰুপে ৰাৰেটা মুকুতাৰে বাৰে খন দুআৰ; আৰু নগৰৰ আলিবোৰ সুধ সোনেৰে নিৰ্মল ফটিকৰ স্তম্ভৰ নিচিনা আচিল। সেই নগৰৰ মাজত মই একো মন্দিৰ নে দেখিলোঁ; কিয়নো সৰ্বসক্তিমন্ত প্ৰভু পৰম ইশ্বৰ আৰু মেৰ পোআলিএই তাৰ মন্দিৰ ৰুপ হই। আৰু পহৰ কৰিবৰ নিমিত্তে সেই নগৰত সুৰ্জৰ বা চন্দ্ৰৰ সকাম নাই, কিয়নো তাত ইশ্বৰৰ ৰস্মিএই প্ৰকাস কৰিচে, আৰু মেৰ পোআলিএও পহৰ কৰে। আৰু দেসবিলাকৰ লোকে সেই পহৰতে অহা জোআ কৰিব; আৰু প্ৰিথিবিৰ ৰজাবিলাকে আপোনাৰ ঐশ্বৰ্জ আৰু মৰ্জতা তাৰ ভিতৰলৈ আনিব। সেই নগৰৰ দুআৰ দিনত কেতিয়াও বন্ধন কৰা ন হব, আৰু সেই ঠাইতে ৰাতিও ন হই। আৰু লোকবিলাকে সেই নগৰলৈ দেসবিলাকৰ ঐশ্বৰ্জ আৰু মৰ্জতা আনিব। আৰু তাৰ ভিতৰত অসুচি বা ঘিন লগা কৰম কৰে, বা মিচা কথা কই, এনেবিলাক কেতিয়াও সোমাবলৈ নে পাই; কিন্তু জিবিলাকৰ নাম মেৰ পোআলিৰ জিৱন পুথিত লিখা আচে, সকল সিবিলাকহে সোমাব।

হে প্ৰিয় ভাই সকল, মই আগেএ কৈচিলোঁ, আৰ্চিৰ জি ঘৰ সজা হৈচিল, আৰু মই জি ঘৰৰ কথা কব খোজোঁ, সেই ঘৰ দুইবো মাজত সব আচে; তাকে এতিআ আপোনা সকলে বুজ বিচাৰ কৰি চাওক, কিমান বেলেগ। জি ঘৰ অলপ দিনৰ কাৰনে সজা হৈচে, তাৰ সুন্দৰলৈ মানুহৰ কিমান কাৰ্বাৰ; কিন্তু জি ঘৰ সদা সৰ্বদাই থাকিব, তাৰ সুন্দৰলৈ একেৰিও কাৰ্বাৰ নাই কিয়া। হাই হাই, ই কেনে দুখৰ কথা! জি ঘৰ আৰ্চিৰ সজা হৈচিল, তাত কেইবা জাত, আৰু কেইবা ভাসাও, আৰু কেইবা দেসৰ মৰ্জাদি লোক সকল আচিল কিন্তু মই জি দেসৰ কথা কলোঁ, তাতে সকলো দেসৰ আৰু সকলো জাতৰ আৰু সকলো ভাসাৰ লোকবিলাক গোট খাব; কিন্তু এতিয়া জি জি ঘৰ সজা হৈচে তাতে ঠাই নে পাব। জেনে প্ৰকাসিত ৭। ৯, ইয়াৰ পাচে মই চাই চাই দেখিলোঁ, কোনেও গনিব নোআৰা সকলো দেসৰ বংসৰ জাতিৰ আৰু ভাসাৰ লোকবিলাকে সুকুলা বস্ত্ৰ পিন্ধি আৰু তাল পাত হাতত লৈ, সিংহাসনৰ আৰু মেৰ পোআলিৰ আগত থিয় হৈ পৰিত্ৰান কৰিবলৈ সিংহাসনত বহি থকা আমাৰ ইস্বৰক আৰু মেৰ পোআলিক জই জই বুলি বৰ মাতেৰে জয়ধ্বনি কৰিবলৈ ধৰিলে। আৰ্চিৰে সজা জি ঘৰ, তাত আন দেসৰ দুখিয়া লোকবিলাকৰ একো লাভ নাই। প্ৰথমেই সেই ঘৰত সিইতক কোনে সোমাবলৈ মাতিব, কিন্তু দুখিয়াবিলাকে তেতেক ধন কৰ পাব, জাতো সেই ঘৰ চাবলৈ জাব পাৰে, গলেও অনেক পলম হই, আৰু জোআতো অনেক দিন খতি হোআ মনে ধৰে। কিন্তু মই জি ঘৰৰ কথা কৈচোঁ, দুখিয়া কঙ্গাল চোৰ এইবিলাকেও জদি বিস্বাস কৰে, তেন্তে অতি সিঘ্ৰে নিমন্ত্ৰন হৈ তালৈ জাবলৈ পাব। জেনে লূকে লিখা সুভ বাত্ৰাৰ ১৬ আ ২২ পদে, কেতধনি কালৰ পাচে সেই কঙ্গাল মৰিলত দুতবিলাকে তাক নি আব্ৰাহামৰ হিয়াত বহুআলেগে, আৰু লূকৰ ২৩ আ ২২ পদে, পাচে সি খ্ৰিষ্টক কলে, হে প্ৰভু, আপুনি তোমাৰ ৰাজ্যলৈ জোআ কালত মোক স্মৰন কৰিব। তেতিয়া খ্ৰিষ্টএ কলে, তোমাত মই হকলাকৈ কঁও, আজিএই তুমি মোৰে সৈতে পৰকালৰ সুখৰ থান পাবাগৈ। আৰ্চিৰ ঘৰত সোমালে আকও ওলাব লাগে; কিন্তু মই জি ঘৰৰ কথা কৈচোঁ, তাত সোমোআ মানুহ কেতিয়াও নোলাই, সৰ্বদাই থাকিব; জি হেতুকে ঘৰৰ গৰাকিএ এনে সপত কৰিচে, জেনে যোহানে লিখা সুভ বাত্ৰাৰ ১৪ আ ৩ পদ, আৰু মই গৈ তোমোলাকলৈ জদি ঠাই যুগুত কৰোঁ, তেন্তে আকও আহি মোৰ ওচৰলৈ তোমোলাকক লৈ জাম; তাতে মই জি ঠাইত থাকোঁ, তোমোলাকো সেই ঠাইতে থাকিবাগৈ। হে প্ৰিয় ভাইবিলাক; সেই আৰ্চিৰ ঘৰ আৰু জি ঘৰৰ কথা মই কৈচোঁ, এই দুইবো মাজত জি ভেদ আচে, তাক আপোনা সকলে বিচাৰ কৰোক। আৰ্চিৰে সজা ঘৰত মন নে পালটোআ আৰু অনেক কুকৰ্ম কৰাবিলাকো অপ্ৰয়াসে সোমাব পাৰে কিন্তু মই জি ঘৰৰ কথা কলোঁ, তাত হলে কোনো পাপি লোক সোমাব নোআৰে; বৰভাৰত মই জি ঘৰৰ কথা কৈচোঁ, তাত সোমোআবিলাকৰ নিমিত্তে ঘৰৰ গৰাকিএ সুকুলা বস্ত্ৰ আৰু সোনৰ কিৰিটি যুগুত কৰি থৈচে। সিইঁতে আপোন গৰাকিৰ লগত জাব, আৰু তেঁওৰ সিংহাসনৰ আগত ধন্যবাদ আৰু স্তুতি গান কৰিব। হে প্ৰিয় ভাই সকল, তোমোলাকে মনত কে ভাবিবাইক, জে মই আৰ্চিৰ ঘৰৰ বিতিক্ৰম কৈ এই কথা কৈচোঁ, এনে ন হই; কোনো কপেও ন হই, কিন্তু পাচে সেই ঘৰৰ উপমা দি জি ঘৰ পুৰাতনিয়া আৰু অতি উত্তম তালৈ মন দিয়াবলৈ আৰু যুগুত হবলৈ মই বৰ্নন্না কৰিলোঁ। আৰু এইবোৰ মনত নে ভাবিবাইক, জে আমাৰ শ্ৰী মতি মহা ৰানিৰ সুবিস্তাৰিত অসন্তোস পাইচোঁ, তেনে ন হই, বকপত জে ৰাজ খিয়াত কৰিবলৈ আমাৰ

শ্ৰী মতি মহা ৰাণিৰ মন আছে; কিন্তু জি জনাই আপোনাৰ প্ৰান আটাইবে নিমিত্তে দিলে, অৰ্থাত আমাৰ প্ৰভু য়িচু খ্ৰিষ্টে তেঁওৰে সুখিস্বাতি কৰিবলৈ সকলোএ জেন কাৰ্বাৰ কৰি যুগুত হোআ, আৰু মোৰ বাঞ্চা এই, জেনে প্ৰকাসিত ধৰম পুথিৰ ৭ আ ৯ পদ লৈকে লিখা আছে, পাচে চাঁওতে চাঁওতে দেখিলোঁ, সকলো দেসৰ সকলো বংসৰ সকলো ৰাজ্যৰ সকলো ভাসাৰ অগনন লোকে সুকুলা বস্ত্ৰ পিন্ধি আৰু তাল পাত হাতত লৈ, সিংহাসনৰ আৰু মেৰ পোআলিৰ আগত থিয় হৈ পৰিত্ৰানৰ অৰ্থে সিংহাসনত থকা আমাৰ ইশ্বৰক আৰু মেৰ পোআলিক জই জই বুলি একে বাৰে বৰ মাতেৰে জয় ধনি কৰিবলৈ ধৰিলে। ম.

---

## কূট অঙ্কৰ গননা ।

### Arithmetical Questions.

১ । তিনি জন সেনাপতিৰ দিঘে পথালিএ সমানকৈ সাৰি পতা, এনে তিনি জুম সেনা আছে । ত্ৰিতিয় সেনাপতিএ দুতিয়টক বোলে, তোমাৰে আমাৰে সেনা গোট খালে, দিঘে পথালিএ সাৰিএ পতি ৩৯ মানুহ হব; প্ৰথমটোএ দুতিয়টক বোলে, তোমাৰে আমাৰে সেনা গোট খালে, দিঘে পথালিএ ৬০৭৬০ হব; তেন্তে সেই তিনি জুমত কিমান কিমান মানুহ আছিল!

২ । এখন গাঁৱত তুনি, মুনি, পুনি, এই তিনি জনি পোহাৰিএ কুকুৰা পুহি কনি টমনি দি পোআলি জগালে। তুনিৰ জিমান কুকুৰা, কুকুৰাটে পতি সেইমান পোআলি জগে; মুনিৰ জিমান কুকুৰা, কুকুৰাটে পতি সেইমান; আৰু পুনিৰো জিমান কুকুৰা, তাইৰ কুকুৰাটে পতিও সেইমান পোআলি হই। তুনি আৰু মুনিৰ মুঠে জিমান কুকুৰা, তুনিৰ পোআলিতকৈ মুনিৰ পোআলি সেইমান অধিক; মুনি আৰু পুনিৰ জিমান কুকুৰা, মুনিৰ পোআলিতকৈও পুনিৰ পোআলি সেইমান অধিক। পাচে তুনিএ বজাৰত তাইৰ কুকুৰা ৯ টা, পোআলি ৮১ টা, মুঠে ৯০ কুকুৰা বেচিলে; মুনি আৰু পুনিএও সেই ৰূপে তাইৰ সক মুঠে ৯০।৯০ বেচিলে; পাচে তিনিও জনিৰ হাতত তাইৰে সকএ মুঠে ২০০ কুকুৰা সেস থাকিল। সেই তিনি জনি পোহাৰিৰ গাই পতি কিমান কুকুৰা, আৰু কিমান পোআলি আছিল, তাক কব লাগে।

৩ । চাইটা সংক আছে, সংকে পতি দুই দুই আঁক । প্ৰথমটৰ আঁক লুটি খালে দুতিয় সংক হই । ত্ৰিতিয়টৰ আঁক লুটি খালে চতুৰ্থ সংক হই। প্ৰথমটতকৈ দুতিয়টো ৩৬ অধিক। ত্ৰিতিয়টতকৈ চতুৰ্থটো ৩৬ অধিক । প্ৰথম আৰু চতুৰ্থ সংক গোটালে ৯৯ হই । দুতিয় আৰু ত্ৰিতিয় সংক গোটালে ৯৯ হই । সেই চাইটা সংক নো কি?

উত্তৰ ।

১ । সেনাৰ সংখ্যা ২৩০৪, ১২৯৬, ২২৫।

২ । কুকুৰাৰ সংখ্যা ১১, ১২, ১৩ ।

৩ । সেই চাৰি সংক ২৬, ৬২, ৩৭, ৭৩; নতুবা ১৫, ৫১, ৪৮, ৮৪ । ।

---

## ঘুৰনিয়া মাটিৰ হিচাব ।

### Area of a circular Field.

ঘুৰনিয়া মাটি জোখ সুনা সবাইত,
জেতি টাঁৰ পাৰা জোখ কৰিয়া মাজত;
তিনি কাওনৰ পিচে দুই পোন দিবা,
পাঁচ গণ্ডা আৰু এক কৰাক গোটাবা;
মাজক পূৰিলে ফল জিমান ওলাব,
মেৰ খনিৰ জোখ ইতো নিচই জানিব।
তাৰ পৰে পথালিক চাৰি ভাগ কৰি,
এক অংসে মেৰৰ জোখক লব পূৰি;
জিমান ওলাব ফল হৰিৰ কুৰিৰে,
কঠা লছ্ছ হল বোলে বুধিমন্ত নৰে।
তাহাকে পাঁচেৰে হৰি হালচা কৰিব,
চাৰিৰে হৰিলে তাক পূৰা লছ্ছ হব।
উত্তম সঙ্কেত এই মাটিৰ হিচাব,
সিখালে আমাক শ্ৰীশ্ৰী পাদুৰি চাহাব।
শ্ৰী হৰ গোবিন্দ দত্তে বুধি অনুসাৰে,
কৰিলে তাহাক পদ অসম ভাসাৰে।

## অচম দেস সত্ৰুএ আক্ৰমন কৰা কথা ।

Invasions of Asam —From "Young Asam."

অতি পুৰ্ব্বে গোটেই অচম দেসকে কামৰুপ বুলিচিল, আৰু তাক চাৰি পিঠ কৰি ভাগ কৰা হৈচিল, অৰ্থাত কাম পিঠ, ৰত্নু পিঠ, ষৰ্ন পিঠ, আৰু সৌমাৰ পিঠ। এই কামৰুপত পুৰ্বৰে পৰা অনেক ৰাজ বংসে ৰাজ সাসন কৰি আহিচে। সকলোৰে আদিতে মহিৰং দানৱ ৰজা আচিল, তেঁওৰ পাচত তেঁওৰ বংসৰে চাৰি জনা ৰজা হলত নৰকাসুৰ ভগদত্ত প্ৰভ্ৰিতি ৰজা হৈ থাকে, আৰু নৰকৰ বংসৰে অনেক ৰজা হৈ কামৰুপ ক্ৰমে সাসন কৰে। নৰক বংসৰ পাচত খেত্ৰিয় বংস তাৰ পাচত ব্ৰুহ্মপুত্ৰৰ বংস, তাৰ পাচত বাৰে ভুঁয়া, তাৰ পাচে মচলমান বংস ক্ৰমে ৰাজ সাসন কৰে। সেসত সিৱ বংসিয় বিস্বসিংহ আৰু নৰনাৰায়ন ক্ৰমে ৰজা হল। নৰনাৰায়ন ৰজা অপুত্ৰক আচিল, সেই নিমিত্তে জুৱৰাজ চিলাৰাইৰ পুতেক ৰঘুদেৱক তোলনিয়া পুত্ৰ কৰি ৰাখিলে, কিন্তু এনেতে তেঁওৰো লখমি নাৰায়ন নামে পুত্ৰ জনমিলত তেঁওৰ ৰাজ্য দুইকো ভগাই দিলে। পাচে তেঁও মৰিলত দুয়ো ৰজাই দন্দ কৰিব ধৰিলে, পাচে ৰঘুদেৱৰ পুতেক পৰিখিত নাৰায়নেও সেই ৰুপে বিবাদ কৰাত লখমি নাৰায়নে আওৰঙ্গজেব বাদস্যাৰ আসুই লোআত তেঁও সেনা পঠাই পৰিখিতক ধৰোআত তেঁওৰ ভায়েক বলিত নাৰায়নে ইন্দ্ৰ বংসিয় স্বৰ্গদেও সকলৰ সৰনাগত হোআত তেতিয়াৰে পৰা কামৰুপ ইন্দ্ৰবংসিয় অচম ৰজাৰ অধিকাৰ হল। উজনিতো বাৰে ভুঁয়াৰ অধিকাৰৰ পৰা নানা মণ্ডলে ভাগ হৈ আচিল। ব্ৰুহ্মপুত্ৰৰ উত্তৰ পাৰে উত্তৰ পুৱ কোনৰ সদিয়াৰ পোনে চুটিয়া ৰজাৰ অধিন আচিল, তাৰ ওচৰতে খামতি চিঙ্গফৌ ইত্যাদি পৰ্বতিয়া জাতিৰ অধিকাৰ আচিল। আৰু তুৰ্বক নামে গৌৰ বাদস্যাৰ পুতেকে ৰটা নদিৰে পৰা চাই দুআৰলৈকে আক্ৰমন কৰিচিল। ব্ৰুহ্মপুত্ৰৰ দখিন পাৰে, উত্তৰ পুৱ ফালে ৰৰাহি মৰান, তাৰ পচিমৰ পৰা কচাৰি ৰজা, আৰু তাৰ বাহিৰে নগা ইত্যাদিৰ অধিকাৰ আচিল; এই সকলোৰোৰ ঠাই ক্ৰমে ইন্দ্ৰবংসিয় অচম ৰজা সকলৰ অধিকাৰ হল। এতেকে এতিয়া জি ৰজা সকলে গোটেই অচম দেসকে হস্তগত কৰি লৈ ১১৫১ হিন্দু সঁকৰ পৰা ৰাজ্য ভোগ কৰিলে, তাৰ প্ৰস্তাও লিখিম।

অচম ৰজাবিলাকৰ গুৰিৰ কথা নানা লোকে নানা দৰে কই। ইন্দ্ৰ বংসি বুলি হৰ গৌৰি সম্বাদ নামে এখন পুথিত লিখিচে। ইন্দ্ৰৰ মুৰ্ত্তি তলত লিখা আচে। আদিতে ১১৫১ সঁক আৰু ১২২৯ ইঙ্গৰাজি সঁকত চুকাফা নামে ৰজা প্ৰথমতে সৌমাৰলৈ



আহি মটক আদি কৰি নানা পৰ্ব্বতিয়া জাতিক অধিন কৰিলে। তেঁও ম্রিত্যু হলত তেঁওৰ সন্তান সন্ততিএই ক্রমে নানা ঠাই অধিকাৰ কৰি, উনচলিচ জনা ৰজা হৈ গৈচে। এই উনচলিচ জনা ৰজাৰ দিনত অচম দেসক তিনি প্রধান জাতিএ আক্রমন কৰিলে; প্রথম মচলমান, দুতিয় মোআমৰিয়া বা মটক, ত্রিতিয় মান।

চুকাফা ৰজাৰ পৰা ১৯ জনা ৰজা হৈ গৈ বিংসতি জনা অর্থাত চুতুমলা হিন্দু মতে জয়ধ্বজ সিংহ ৰজাৰ দিনত ১৬৬২ ইং সঁকত আওৰংজেবৰ বাদস্যাৰ আগ্যাৰে বঙ্গাল দেসৰ নেবাৰ মিৰজুমলাই অনেক সৈন্যে সৈতে আহি অচম দেস ললেহি। আমাৰ ৰজা দেও ঠাৰৰিৰ নোআৰি নামৰুপৰ চৰাইখোৰোঙ্গলৈ ভাগি গল। পাচে বাৰিখা হলত বঙ্গালইঁতৰ খাবলৈ নাঁই কিম্বা হোআত, আৰু মাউৰ লাগি অনেক সৈন্য মৰিলত, নেবাৰে সন্ধি কৰিবলৈ ইচা কৰাত স্বৰ্গদেৱে বন্দি ১০০, বেটি ১০০, হাতি ৩০ টা, সোন দুহেজাৰ, ৰুপ বাৰে হেজাৰ, এই খনি জৌতক দি সালংক্রিতাকৈ ৰমনি গাভৰুক আওৰংজেব বাদস্যালৈ দিলে, তাতে নেবাৰে দেস এৰি দি ভটিয়াই গল।

মোআমৰিয়াৰ উপদ্ৰৱৰ বিৱৰন এই। চুকাফা ৰজাৰ পৰা ৩০ জনা ৰজা হৈ ১৭১৪ সঁকত সিৱসিংহ ৰজা হল; কিচু কালৰ মূৰত তেঁওৰ চত্র ভঙ্গ জোগ হৈচে বুলি, ফুলেশ্বৰি আই কুঁঅৰি দেৱক বৰ ৰজা নাম দি চত্র দিলে। এনেতে তেঁও সূদ্র মহাজন কেতবোৰে গোসানিক নে মানে বুলি সুনি, দুর্গোত্চৱ পুজাত মোআমৰাৰ মহন্তকে আদি কৰি কেই জন মানক অনাই বৰ ৰজাই গোসানি সেৱা কৰাই সিন্দুৰ ৰঙা চন্দন, বলিৰ ৰক্ত ইত্যাদিৰে ফোট দি নির্ম্মাল্য প্রসাদ লোআই কিচু দুৰ্গতি কৰাত মোআমৰা মহন্তে সকলোতকৈ পেটে মৰন তুল্য মানি ললে। এয়েই মোআমৰিয়া উপদ্ৰৱৰ আই হেতু।

এই দুৰ্গতিৰ প্রতিকাৰ কৰিবলৈ ৰাজেশ্বৰ সিংহ সৰ্গদেৱৰ দিনত পুৰুসাৰ্থ কৰিচিল, কিন্তু নোআৰিলে। সেসত লখ্মি সিংহ সৰ্গদেৱৰ দিনত ১৭৬৭ সঁকৰ আঘোনত মোআমৰিয়াৰ খোৰা আৰু ৰাঘ মৰান দুয়েই মুখ্য হৈ খোৰা মৰানৰ ঘৈনিএকক ৰাধা ৰুকুনি নাম দি তায়ে সৈতে বৰ জনা গোহাঁই দেৱক আগত লৈ সকলো মোআমৰিয়াই গোট খাই সৰ্গদেৱক ৰজা ভাঙ্গি বন্দি কৰি থৈ সিইঁতৰে খোৰাৰ পুতেক ৰমাকান্তক ৰজা পাতিলে। পাচে সৰ্গদেৱে সকলোৰে আলচি সেই সঁকৰে চতৰ বিহুত ৰাঘ খোৰা আৰু ৰমাকান্তক মাৰি নগৰ ললে।

লখ্মি সিংহ সৰ্গদেও ম্রিত্যু হলত তেঁওৰ পুত্র গৌৰিনাথ সিংহ ৰজা হল। এঁওৰ দিনতে পূৰ্ব সত্রু মোআমৰিয়াই আকও ১৭০৯ সঁকৰ মাঘ মাহত ৰন কৰি ৰঙ্গপুৰ নগৰত ভৰথি মৰানক ৰজা পাতিলে। তাতে সৰ্গদেও নগাঁও গুআহাটিলৈকে ভাগি আহি স্রীযুত কম্পানি বাহাদুৰত সহাই খোজাত কাপ্তান ওআলিচ চাহাবে সৈন্য লৈ আহি মোআমৰিয়াক জিনি সৰ্গদেৱক ৰাজ ধানিত থৈ গল। এই মোআমৰিয়াৰ উপদ্ৰৱত এই দেসৰ অসংখ্য মানুহ নষ্ট হল, আৰু তেতিয়াৰে পৰা অচম দেস জন সুন্য অৰন্যৰ নিচিনা, আৰু ৰজাও দুৰ্বলি আৰু নিৰ্ধন হল। কিন্তু মোআমৰিয়াৰ উপদ্ৰৱত দেস গোটেই নষ্ট হোআ নাচিল কিয়নো পুৰ্নানন্দ বুৰা গোহাঁই ভাঙ্গৰিয়াই ভগা দেস ভাল কৰিবলৈ অনেক জতন কৰি প্রজাক সুখি কৰিলে। পাচে মানৰ বিগ্রহতহে একেবেলিএই নষ্ট হল, আৰু ৰজা প্রজা উপান্ত হৈ অৱসেসত অচম ৰজাৰ ৰাজ সাসন ভ্ৰষ্ট হল।

গৌৰিনাথ সিংহ ৰজা পৰলোক হলত কমলেশ্বৰ সিংহ ৰজা হল। তেঁও ম্রিত্যু হলত চন্দ্রকান্ত সিংহ ১৮১০ সঁকত ৬ মাঘত ৰাজ্য পালে। কুকুৰাচোআ বৰা ভুতৰ পুতেক সতৰাম সৰ্গদেৱৰ প্রধান বলত হৈ নানা কুমন্ত্রনা দি কেতবোৰ মানুহে সৈতে

মোট থাই ১৮১৪ সংকত ৰাজ মন্ত্ৰি পূৰ্ণানন্দ বুৰা গোহাঁইক মাৰিবলৈ মন্ত্ৰনা কৰিলত ভাঙৰিয়া বুজ পাই, কুমন্ত্ৰনা কৰাবিলাকক কাটি, চকু কাঢ়ি, কান কাটি, দণ্ড বহু কৰিলে।

তেতিয়াৰে পৰা ৰজা আৰু মন্ত্ৰি দুইৰো পেটে বিৰোধ হৈ ৰজাৰ ফলিয়া মানুহক মন্ত্ৰিএ, আৰু মন্ত্ৰিৰ ফলিয়াক ৰজাই নষ্ট কৰিবলৈ ধৰিলে। পাচে গুৱাহাটিৰ বদনচন্দ্ৰ বৰ ফুকনো ৰজাৰ ফলিয়া বুলি সন্ধ কৰি, বুৰা গোহাঁয়ে তেঁওক ধৰিবলৈ পনতিয়া ফুকনক পঠোৱাত বৰ ফুকনে আগেই বুজ পাই, ১৮১৫ সংকৰ আহিন মাহত গুৱাহাটিৰ পৰা পলাই, বুৰা গোহাঁইক প্ৰতিকাৰ দিবৰ নিমিত্তে মানৰ দেসলৈ গৈ মান ৰজাৰ তৰ পৰা ১৪,০০০ সৈন্যেৰে উজনিএ ওলালহি।

এনেতে বুৰা গোহাঁই ভাঙৰিয়া মৰিলত ৰুচিনাথ বুৰা গোহাঁই হল; পাচে বৰ ফুকন সৈন্যে জোৰহাট পাৰ লগা হলত বুৰা গোহাঁই গুৱাহাটিলৈ ভাগি গল। বৰ ফুকন সৰ্গদেৱে সৈতে সাক্ষ্যাত কৰি মন্ত্ৰি ফুকন হৈ বুৰা গোহাঁইৰ ফলৰ কেতবোৰ মানুহক দণ্ড কৰিলে। পাচে সৰ্গদেৱে মান ৰজালৈ এক কন্যা দি সৈন্যক সন্তোসকৈ বিদাই দিলে। পাচে বুৰা গোহাঁইক মাতি পঠোৱাত নহাত মন্ত্ৰি ফুকনলৈ সংসই কৰি নাহে বুলি ৰাজ মাও ইত্যাদিএ পৰামৰ্স কৰি মন্ত্ৰি ফুকনক কপচিং চুপাদাৰৰ হতুআই কটালে, কিন্তু তেও বুৰা গোহাঁই নাহি ব্ৰজনাথ গোহাঁই দেৱে সৈতে সৈন্যে উজাই গৈ চন্দ্ৰকান্ত সৰ্গদেৱক ভাগি, পুৰন্দৰ সিংহ সৰ্গদেৱক ৰজা পাতি সেৱা কৰিলে. এই কথা মানৰ ৰজাই সুনি ৩০০০০ সৈন্যেৰে আলুং মিঙি বৰ গোহাঁইক পঠিয়াই চন্দ্ৰকান্ত সৰ্গদেৱক আকও ৰজা পাতিলে। পুৰন্দৰ সিংহ সৰ্গদেও চিলমাৰিলৈ ভাগি গল। পাচে খেৰেমিয়াল ফচাবিৰ পতাল ৰৰ বকআই জইপুৰত কোঁঠ পাতি মানেৰে ৰন কৰিবৰ মনহ থকাত মান ৰজাই চন্দ্ৰকান্ত সিংহ সৰ্গদেৱলৈ ৰাজ যোগ্য অলঙ্কাৰ দি সংমাতি ফুকনে সৈতে মিঙি মহা তিলোৱাক পঠোৱাত সিহঁতে বৰ বকআৰ প্ৰাবল্য দেখি তাক চলকৈ মাৰিলে। তাতে সৰ্গদেৱে মান অমিল ৰূপে আছিচে বুলি বুৰা গোহাঁইক বন কৰিবলৈ আগ্যা দি গুৱাহাটিলৈ ভটিয়াই গল। উজনিত মানে ৰন জিকি বুৰা গোহাঁইক বন্দি কৰি মিল ৰূপে সৰ্গদেৱলৈ কটকি পঠালে, নহাত ৰন হল; ৰনত চাৰিবিৰ যোৱাৰি গুৱাহাটিৰ পৰা ভাগি গল।

পাচে মিংগি মহা তিলোৱাই সৰ্গদেৱত নিৰাসা হৈ মান ৰজালৈ দিয়া কুঁৱৰিৰ ভায়েক যোগেশ্বৰ সিংহক লোক দৰ্সক ৰূপে ৰজা নাম দি, ১৮২১ সংকৰ পৰা নিজে ৰাজ সাসন কৰিব ধৰিলে। সেনত চন্দ্ৰকান্ত সিংহ সৰ্গদেৱে সৈন্য লৈ হাদিৰা চকিৰ পৰা গুৱাহাটি আক্ৰমন কৰি ক্ৰমে উজাই মানক জিকি মহগৰ পালে; মানবো সেসৰ পৰা অনেক সৈন্যেৰে মিংগি মহা বান্দুলা বৰ গোহাঁই পালেহি।

তাতে ৰন লগাত মহগৰত সৰ্গদেও হাৰি ১৮২২ সংকত ভটিয়াই পৰ দেসলৈ গল। এনেতে মানৰ সেনাপতিএ কম্পানিৰ ৰাজ্যৰ গুৱালপাৰাত থকা তেবিত্চন চাহাবলৈ চন্দ্ৰকান্ত ৰজাক আমুই লোআ বুলি, বলকৈ হলে থাকে তাৰে পৰা আনিবৰ আগ্যা পাইচোঁ বুলি, কাকত লিখাত চাকাত থকা কম্পানিৰ চিপাহিৰ অধিপতিলৈ মানে কাকত লিখাৰ দৰে সিমাত সোমালে। সিহঁতক খেদি পঠাবৰ আগ্যা হল, আৰু কুট চাহাবকো লাগে মানে সৈন্য দিবৰ আগ্যা হল।

ইয়াকে সুনি মানে অচমৰ পোনৰ সিমা লংঘন ন কৰিলে হয়, কিন্তু কাচাৰৰ পোনে কম্পানিৰ সিমাত সোমালত মান ৰজাই সৈতে কম্পানিৰ ৰন কৰা ১৮২৪ ইংৰাজি সংকৰ ৫ মাৰ্চত নিচই হল। আৰু গুৱালপাৰাত থকা সৈন্য অচম দেসলৈ ক্ৰমে উজাই আহি গুৱাহাটি কলিয়াবৰ আদি কৰি ঠায়ে

টায়ে মানইতক বৰনত ঘটুআলে; ১৭৪৬ হিন্দু সঁকৰ ২১ মাঘত আৰু ইঙ্গৰাজি ১৮২৫ সঁকত ২ ফেবৰুআৰিত ৰঙ্গপুৰ নগৰ ললেহি । তাৰে পৰা অচম দেসত মানৰ অধিকাৰ গুচি কম্পানিৰ অধিকাৰ হল ।

সেসত ইঙ্গৰাজি ১৮২৭ সঁকৰ ২৪ ফেবৰুআৰিত মান ৰজাই কম্পানিএ সৈতে সন্ধি কৰি অচম দেস একে বেলিএ এৰি দিলে ।



গলায়া আৰাতু ভাটৌ ।

The Goliah Aratoo of New Guinea.

ভাটৌ চৰাইৰ অনেক অনেক বিধ আচে । বৰ জাবৰ ঠাইত নে থাকে, কিন্তু কেতিয়াবা কেতিয়াবা জাহাজৰ কাপ্তান লোকে ইঙ্গলণ্ডলৈ নিএ । কেতবিলাক কুকুৰাৰ সমান ডাঙ্গৰ, কিন্তু প্ৰায়ে সালিকা বা কুপৌতকৈ ডাঙ্গৰ ন হই ।

ইয়াত জি চৰাইৰ নকচা লিখা আচে, তাক গলায়া আৰাতু বোলে, সি আটাইতকৈ ডাঙ্গৰ বিধ । তাক পাপুআ উপদিপৰ পৰা খেহ লোকে আনি এক জাহাজৰ কাপ্তানৰ হাতত দিসত তেঁও বিলাইতলৈ নিলেগৈ । তাৰ সকলো পাখি কলা, কিন্তু পাখি জিলিকে; তাৰ মুৰত বৰ সুন্দৰ জ আচে, সি তাক ইচা মতে তুলিব নমাব পাৰে; চকু আৰু ঠোঁট ৰঙ্গা । ঠোঁট বৰ সকত, তাৰেই গচৰ বৰ টান গুটি ভাঙ্গি পাৰে; কিন্তু গুটিৰ সাহ জেতিয়া পাই তাক ভাঙ্গি ডোখৰ ডোখৰকৈ নে খাই, ঠোঁটৰ তল ডোখৰেৰে তাক চাঁচি চাঁচি অতি মিহি কৰি খাই । তাৰ জিবা বৰ আচৰিত, হাতিৰ সুঁৰৰ নিচিনা । এই চৰাই জাতি আৰু কোমল স্বভাও; জেতিয়া অচিনাকিএ তাৰ ওচৰলৈ জাই, তেতিয়া ভই পাই কাউৰিৰ নিচিনা মাত কৰে । ভৰিৰে খোজ কাঢ়ি জাব পাৰে, কিন্তু গচত নখ আৰু ঠোঁটেৰে ধৰি বৰ বেগেৰে বগাই জাই । সকলো ভাটৌৰ নিচিনা তাৰ নেজত বেচ কম নো হোআকৈ ১২ টা দিঘল পাখি থাকে ।

সেন হদু নামে ইঙ্গলণ্ডৰ এটা সুন্দৰ চৰাইৰ নকচা তলত লিখিচোঁ । সেই হদু দিনতো ৰাতিতো ভালকৈ দেখিব পাৰে; অকস্মিতে কোনো ; দেখিলে পাখি আৰু চকু বৰকৈ মেলে ।



## মাটিত টঙ্গনিয়াই চোৰ ধৰা কথা ।

Detection of a Thief.

সমাচাৰ দৰ্পনত লিখিছে, কলিকতা চহৰৰ হুগলি ঘাটে এটা বাটকআ মানুহে গা ধুবলৈ ধৰি, ১৫০ এশ পঞ্চাশ টকা কপ বন্ধা কাপৰ ঘাটৰ ওচৰতে থৈ পানিত নামিছিল । সেই সময়তে এটা ঘাটৰ চোৰে সেই মানুহক কাপৰলৈ চাবৰ দেখি সেই কাপৰত কিবা বহু মুল্য দ্রব্য আছে বুলি ভাবি, তাক চুৰ কৰিবৰ মনেৰে সেই বাটকআই পানিত বুৰ মৰালৈ বাট চাই থাকিল । পাছে কাপৰৰ গৰাকিএ পানিত বুৰ মাৰিলতেই সেই চোৰে কাপৰ লৈ পলাল । পাছে বাটকআই পানিৰ পৰা ওলাই চকুৰ পানি মচি কাপৰলৈ চাই নে দেখি, ৰৰকৈ কান্দিব ধৰিলে । সেই সময়ত শ্রীযুত স্মিথ চাহাব গাঁৰিত উঠি সেই ঘাটৰ ওচৰৰ বাটে দি গৈছিল; চাহাবে দেখি সেই কান্দি থকা বাটকআত তোমাৰ কি হৈছে বুলি সোধাত, সি কলে, চাহাব, মোৰ কাপৰত ১৫০ টকা কপ বান্ধি ঘাটতে থৈ গা ধুবলৈ বুৰ মাৰোঁতেই কোনোবাই নিলে, কোনে নিলে মই কব নোআৰোঁ । চাহাবে এই কথা সুনি তাত কলে, তুমি এটা চকিদাৰ লগত লৈ জত তোমাৰ কাপৰ থৈছিলা, সেই ঠাইৰ মাটিতে টঙ্গনিয়াই থাকা; তাতে জি মানুহে ইয়াত মৰিওআৰ কাৰন বেলিএ বেলিএ সোধে, তাক ধৰি মোৰ ওচৰলৈ আনিবা । এই আগ্যাৰ দৰেই সি মাটিত মৰিয়াই থকাতে সেই ঘাট চোৰে বৰ ভই কৰি গৈ সিইঁতত সুধিলে, তোমোলাকে কিয় মৰিয়াৰ নিচিনা কৰম কৰিচা? সিইঁতে কলে, আমাৰ ইচা, তোৰ ইয়াত কি হৈছে? পাচ দিনাও ই ৰূপে সোধাতে ঠাকে কলে, তিন দিনৰ দিনাও চোৰে বৰ বেজাৰেৰে সিইঁতক গালি দি কলে, তইঁত কি নিমিত্তে ইয়াত বৈ আছ? তেতিয়া সিইঁতে তাক ধৰি মাজেষ্টৰ চাহাবৰ ওচৰলৈ লৈ জোআতে চাহাবে কলে, তোক ...ইদ কৰিম । তাতে চোৰে একে বাৰেই কলে, মই ইয়াৰ কিচু টকা কাপৰ চুৰ কৰা নাই । তাৰ নিজ মুখতেই প্রমান হল, সেই মানুহেই চুৰ কৰিলে ।

## সাঁথৰ দিয়া ।

Riddles.

১ । বজাৰ লেজু গচ মেলিব পাৰে,
চপাব নোআৰে ।

২ । হাবিত কাহে, ওলাই নাহে ।

৩ । মাক কুটুলি মুটুলি,
পুতেক চোকা টেকেলা ।

৪ । ঘৰৰ ভিতৰ সোমাল বাঘিনি,
চাৰি ঠেং মেলি হল গাভিনি ।

৫ । হাবিৰ পৰা ওলাল বুৰি,
তাইৰ চকু বাৰে কুৰি ।

৬ । সুফুল ফুলিচে, পিন্ধোঁতা নাই,
সুপাটি পাৰিচে, সোঁওতা নাই ।

৭ এক গোট জন্তু আচে, গাৰে ত্রিভংগুৰ,
মাথে এক মুল আচে, ত্রিতই লেজুৰ ।

৮ বৃথা হই, গুটি নাই,
ঘৰৰ কৰ্ম্মে সততে পাই,
সক কালে কাপৰ নাই,
বৰ হলে নাঙ্গট হই ।

৯ । মুৰত চৰে, চোৰ চোৰ কৰে,
খাই হাতৰ পানি, থাকে খোৰ খানি ।

১০ । ন মৰা নি জিয়া দুই ভাই,
জন্তু ন হই চলি জাই;
ঘোঁৰা ন হই টাৰ চাৰি,
ৰজা ন হই চত্র ধাৰি ।

১১ । একে হাত কাঠ, বাৰে হাত ডাঠ,
তাৰে সাজিলে তিম কাতৰি,
তিনি স তিনি কুৰি জঁতৰ জঁতৰি ।

১২ । ন মৰে, নি জিএ, একেটি ভাই,
মানুহৰ ঘৰে বিচাৰিলে পাই,
পশু পখি তাৰ মাথে
চুলে মাত্র সততে কান্দে ।

১৩ । সৰ্ব গাই জাবৰ, মাজে কিচু খাল,
খালে মুখত গোজাই সিতো,
খাবলৈকো ভাল ।

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

আগষ্ট মাহৰ ২৯ তাৰিখে ৰঙ্গপুৰ নগৰৰ ভিতৰত কচাৰি কুলিএ ইকৰা কাটিবলৈ গৈ. ইকৰা কাটোঁতে তাৰ ভৰিৰ কোসত মেৰ মেৰাই হাৰি লৰাবলৈ ধৰিলে। তেতিয়া সি চাই বৰ এটা সাপ পৰি থকা দেখি ভই খাই উভতি আহি, সিৱসাগৰৰ পৰা ফাটি পঁচা টাঙ্গোন এইবোৰে লৈতে মানুহ মাতি নি, সেই সাপ কেইবা গচো জাটিএৰে খুঁচি ৰখাই টঙ্গনিয়াই মাৰি বল দি সিৱসাগৰলৈ আনিলে। তাৰ দিঘল জোখ ৯ হাত এবেগেত; গাৰ বেৰো এহাত এবেগত মান, তাৰ বৰন কলা, গাত বগা পাক খোআ আঁচো আচে; মুৰটো এবেগেত মান হব। তাৰ নাও লোধাত কোনোএ ইত্ৰজিত বুলি কই।

৫ চেপ্তেম্বৰত শ্ৰীযুত লখিমিনাথ গঞ্জপুৰিয়া ৰকআ কলেক্তৰি চিৰস্তাদাৰৰ মাত্ৰিএক সিৱসাগৰ জিলাত ম্ৰিত্যু হল; বয়স তিনি কুৰিৰ ওপৰ হৈছিল।

গোলাঘাটৰ ওচৰৰ মকৰঙ্গ মৌজাৰ নোমল চুটিয়া বুলি এটা মানুহৰ ঘৈনিএক সুপেম্বৰিক তাইৰ ৰুকায়েক ধনিএ বুধি দি নি পেলাই, গোলাঘাটত থকা বিচাৰ পতিৰ ভত থালচা কৰোআত, সেই ধঙ্গেৰে থাকি ১১ আহাৰত ২॥ বজা বেলিকা গোলাঘাটৰ কাচাৰিৰ ওচৰতেই সেই নোমলে ধনিক জাটিএৰে ২ টা খোঁচ মাৰিলত সি মৰিল। পাচে বিচাৰ কৰ্ত্তাই সোধ কৰাত সি মাৰিলে বুলি সৈ কাৰ্হিলে গুনে ভৰিত লোআই লৈতে বন কৰি ন মৰে মানে ফাটকত থাকিবৰ কইদ কৰি শ্ৰীযুত কমিস্যনৰ চাহাবৰ সোআৰাই সদৰলৈ জনাইচে।

গোলাঘাটৰ গুঁৰিৰ মকৰঙ্গ মৌজাত মাগুৰ কচাৰি বুলি এটা মানুহে ২৪ সাওনত ৰাতি পাটিত সুই থাকোঁতে কিবা কথাত তাৰ ঘৈনিএক সেন্দুৰিক দাৰে কাটি পুতেক গেধাৰামকো কাটি পেলাই, সেই বেজাৰতে হৰলা আপুনিও মৰিবৰ মনে তাকো আপোনাৰ ডিঙ্গিত কাটিৰে খুচিলে; পাচে তাৰ ঘৈনিএক তেতিয়াই মৰিল। তাকে তাৰ লৰাটিকে গোলাঘাটৰ বিচাৰ কৰ্ত্তাই নিয়াই হস্পিটালত থোআত ১০ ভাদ ১১ বজাত মৰিল, লৰাটো মৰে নে জিএ, চিন নাই।

জোৰহাটৰ গুৰিৰ খঙ্গিয়া মৌজাৰ শ্ৰী উমেস্বৰ সৰ্মা বৰ কটকিৰ ঘৰত ভাদৰ চাই দিন জাঁওতে ৰাতি ১॥ পৰ সময়ত কটকিএ ভাত খাই গোসাঁই ঘৰৰ টপত বহি তামোল খুন্দি থাঁওতে ১০।১২ জন ডকাইত লোক সোমাই তাৰে জাতি নামেৰে এটাই কটকিক সাবটি ধৰাত সি কেইটাই ভিতৰ সোমাই সোন খতা ৰুপৰ থাৰুকে আদি কৰি ৮৫॥ টকাৰ ন বিধ বস্তু নিলে। পাচে গাঁৱৰ মানুহে সুনি, দাসি, জাতি, এই দুজনক চিনি থানাত কোআত থানাৰ পৰা তহকিক কৰি সেই জাতি, দাসি, আৰু দয়াৰাম বৰিয়া, ঘিনলগা, এই চাৰি জনক দাৰোগাই এখেলৈ পঠাইচে। আৰু ডকাইতে নিয়া বস্তুৰ ভিতৰৰ কাঁহৰ চৰিয়া এটা, ঘিন লগাৰ ঘৰত ওলোআত তাক দয়াৰামে দাসিএ দিচে বুলি কৈচে; আৰু দয়াৰাম, জাতি, এই দুজনে সৈতে চুৰ কৰি আনি সেই চৰিয়াটো ঘিন লগাক দিচোঁ বুলি দাসিএও সৈ কাৰ্হিচে। পাচে মোকৰ্দমা হলত দয়া, জাতি, দাসি, এই তিনটাক তিনি তিনি বচৰ, আৰু চৰিয়া কিনি লোআ ঘিন লগাক ১ এবচৰ মাতি কাটি লোআৰে ফাটকত থকাৰ হুকুম হল।

হিৰাট নগৰৰ ৰজা য়াৰ মহমদ খাঁ ৪ জুন তাৰিখত ম্ৰিত্যু হল। তেঁওৰ পুত্ৰ চয়দ মহমদ খাঁই এতিয়া বাপেকৰ সিংহাসন পালে, কিন্তু কাবুলৰ ৰজা দোস্ত মহমদ খাঁই তাৰে লৈতে বন কৰি হিৰাট দেস লবলৈ সেনাই লৈতে আপোনাৰ পুতেকক পঠালে।

মূলতান ৰজা মূলৰাজ কলিকতাৰ কোঁঠত থাকি নৰিয়া পৰা হেতুকে ওপৰ হিন্দুস্থানলৈ তেঁওক নিবলৈ গবৰ্নমেন্তে আগ্যা দিলে; কিন্তু গঙ্গা নদিত উজাই জাঁওতে ৰোগ টান

হোআত ১১ আগষ্টত গাজিপুৰৰ ওচৰত ম্রিত্যু হল ।

উজিৰাবাদ নগৰত ১৮ আগষ্ট তাৰিখত ক্লেই নামে এজন কাপ্তান চাহাবৰ ঘৰৰ চতি ঘুনে খোআত ভাগি গোটেই ঘৰ পৰিল, তাতে তেওঁৰ মেম চাহাব ঘৰৰ ভিতৰত থকাত আটাই বস্তু ওপৰত পৰি হেঁচা খাই মৰিল ।

চিঙ্গাপুৰ নগৰলৈ ইবিন ভাপ জাহাজ জাওতে ২১ জুলাইৰ মাজ ৰাতিত পাস্যা ভাপ জাহাজৰ লগ পালে, তাতে পাস্যাৰ মানুহে দস্তুৰ মতে সোঁ ফাললৈ জাহাজ নো পোনাই, বাঁও কালে নিৰ থুইছিল, পাছে দুই জাহাজ ওচৰ পাই একআৰ নোআৰি বৰ বেগে খুন্দা খোআত পাস্যা জাহাজ ভাগি একেবেলিএ তল গল । তাৰ ভিতৰত ২০ মানুহ মৰিল, আৰু ১৫ লাখ কপ পানিত তল গল । ইবিন জাহাজবো আগ ভেঃথৰ ভাগি পানি সোমাল; বৰ দুখেৰে সিচি সিচি চিঙ্গাপুৰ নগৰ পাই বধ্যা পৰিল ।

খেহ্ দেশত কোনো কোনো লোকে ৰাজদ্রোহ পাতি অনেক সেনা গোটাই বল কৰি দুই এক নগৰ ললে; পাছে সিঁহতে ৰজাৰ কৌমক জিনিব বুলি ৰজাৰ কলিয়াবিলাকে বৰ ভয় কৰিছে ।

দখিন আমেৰিকাৰ বলিবিয়া দেশৰ লেপাজ গৰৰ পৰা ৭ দিনৰ বাট দূৰৈত থকা বাবায়া নামে এক ঠাইত সোন থকা পৰ্বত পাইছে ।

অষ্ট্রেলিয়া দিপত ন্যুচৌস্তোএলচ দেশৰ ভিতৰত সোন পাই সেই দেশৰ লোকে বলিয়াৰ নিচিনা তালৈ খেদি জাই ।

চিঙ্গাপুৰ নগৰৰ পৰা উৰান উস্তান অৰ্থাত বন মানুহ মতা মাইকি এহাল জাহাজৰ কাপ্তান চাহাব একনে ইংলণ্ডলৈ লৈ জাওতে বাটত মাইকিটো মৰিল, মতাটো ভালে আছে । বন মানুহ এটাৰ নকচা তলত দিয়া



আছে, সি এবিধ বান্দৰ হয়, কিন্তু আন বান্দৰতকৈ মানুহৰ নিচিনা চেন দেখে ।

মেকা নগৰত মহম্মদৰ জনম ঠাইলৈ জোআ ৩৫০ জাত্রি লোকে আতিএত ৰহোমান নামে এক জাহাজত উঠি আহি বম্বাই নগৰৰ ওচৰ পালত কেবেৰি মাজুলিৰ শিলত জাহাজ খুন্দা খাই মঙ্গলবাৰ ১০ জুনৰ ৰাতিত ভাগি তল গল । ১৭০ মানুহে ৰাম পাই উঠিল, সেস আটাইবিলাক মৰিল । পাছে সনিবাৰত বম্বাই নগৰত এই বাত্রা পাই গৱৰ্নমেন্তে ভাপ জাহাজ পঠাই সিহঁতক তুলি আনিলে ।

পকাহক্তা নামে এখান জাহাজে সাগৰ· তিমি মাচ ধিৰিবলৈ ১২ ডিচেম্বৰত এৰি· বৰ দুৰিয়া তিমি দেখ বেছি মাৰিবৰ নিমিত্তে মানুহে নৈতে সক নাও পঠালে। তেতিয়া এটা বৰ সকত তিমিএ নাও খন মুখত লৈ কামুৰি হেজাৰ তোখৰ মান গুৰি-কৈ ভাঙ্গি পেলালে, মানুহবোৰ সাঁতুৰি জা-হাজত উঠি সাৰিল। পাচে সেই তিমিএ জাহাজৰ কাষে মূৰ পোনাই ওচৰ পাই বৰ বলেৰে খুন্দা মাৰি জাহাজৰ দুই তিনি তাল কাঠ ভাঙ্গিলে। তেতিয়া সেই পোৱে পানি ৰবাকৈ সোমালত ডুব পাই সিচি সিচি জা-হাজ বাসলৈ পোনাই বিঙ জানেইৰো নগৰ পালেগৈ। তাতে জাহাজ খাতি সেই কাপ্ত-ৰে সৰুএ নৈতে আক বাৰ বুঢ়িয় বুলি ১০ জানোৱাৰি তাৰিখত আকও জাহাজ মেলি গল।

ইংলণ্ড দেশৰ ঙ্কি পিয়ল ৩১ মার্চত কৰা হৈছিল, তাৰ দৰে গ্রেট বৃটিন ৰাজ্যত এই মান প্রজা আছে।

| | |
|---|---|
| ইংলণ্ড আক স্কটলণ্ডত | ২,০১,২৮,৫৮১ |
| আয়ৰলণ্ডত | ৬৫,১৫,৭৯৫ |
| মোট | ২,৭৪,৪৪,৩৭৬ |

আমেৰিকাৰ ঠিক দেশৰ পিয়ল কৰাত ২,৩৬,৭৪,৭০৬ মানুহ পালে।

দাগেৰতাইপ নকচা অর্থাত সূর্যৰ ৰশ্মিএৰে লিখা নকচা কৰিবলৈ যি জনে প্রথমতে গিয়ান পালে, দাগেৰ নামে সেই জন চাহাবে পাৰি নগৰৰ ওচৰত মৃত্যু হল। সেই বিদ্যাৰে নৈতে ৰবৰ দগোৱা খাতু এচলাৰ ওচৰৰ এখন্তেক মাথোন ৰত্ন খলে, তাৰ নকচা আ-পুনি লিখা যাই। কোনো মানুহে আপোনাৰ মুখৰ নকচা পাব খোজে যদি, ইংলণ্ড আক আমেৰিকাত ৪।৫ টকা দিলে পাই; কলি-কতাত হলে ১০।১২ টকা দিব লাগে। শ্রীযুত ব্ৰুন্স চাহাবে এৰে এক জন আমে-ৰিকা দেশৰ পৰা অহলৈ আনিচে বুলি শুনিচো; তানকৈ লিখিব পাৰে নোআৰে ইয়াক আমি শুনা নাই।

তাই ইংলণ্ডত ধৰম গুৰু থাপন কৰিবলৈ ইজৰায়িৰ দুই প্রধান মেলে বিশেষ কৰি কানন নিৰস্ত কৰিলে।

দখিন আমেৰিকাৰ বল্পেৰেজো নগৰত ২ এপ্রিল তাৰিখত বৰ ভুঁইকঁপ গল। তা-তে ঘৰবিলাক সাগৰৰ জাহাজৰ বিচিনাকৈ টলাই পলাই কৰি আছিল; ২৬০ ঘৰ পৰি নষ্ট হল; হানি হল ২০,০০,০০০ টকা। ১৮২২ সনত সেই ৰূপে ভুঁইকঁপ হৈ প্রায় গোটেই খন নগৰ নষ্ট কৰিছিল।

চান ফ্রান্সিস্কো নগৰত আকও দুই লাগি তালেমান ঘৰ পুৰিলে, হানি হল ৩,০০,-০০,০০০ টকা।

## অক্টোবৰ, অর্থাত কাতিৰ পাঞ্জিকা।

Almanac for October, 1851

| অক্টোবৰ | আশিন | বাৰ | তিথি | দিনমান | অক্টোবৰ | কাতি | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৬ | ৪ | ৭ | ১১।৪৮ | ১৭ | ১ | ৬ | ২২ | ১১।২১ |
| ২ | ১৭ | ৫ | ৮ | ১১।৪৬ | ১৮ | ২ | ৭ | ২৩ | ১১।২০ |
| ৩ | ১৮ | ৬ | ৯ | ১১।৪৪ | | | | | |
| ৪ | ১৯ | ৭ | ১০ | ১১।৪২ | ১৯ | ৩ | ১ | ২৪ | ১১।১৮ |
| | | | | | ২০ | ৪ | ২ | ২৫ | ১১।১৬ |
| ৫ | ২০ | ১ | ১১ | ১১।৪১ | ২১ | ৫ | ৩ | ২৬ | ১১।১৫ |
| ৬ | ২১ | ২ | ১২ | ১১।৪০ | ২২ | ৬ | ৪ | ২৮ | ১১।১৪ |
| ৭ | ২২ | ৩ | ১৩ | ১১।৩৮ | ২৩ | ৭ | ৫ | ২৯ | ১১।১২ |
| ৮ | ২৩ | ৪ | ১৩ | ১১।৩৭ | ২৪ | ৮ | ৬ | ৩০ | ১১।১০ |
| ৯ | ২৪ | ৫ | ১৪ | ১১।৩৫ | ২৫ | ৯ | ৭ | ১ | ১১।৯ |
| ১০ | ২৫ | ৬ | ১৫ | ১১।৩৪ | | | | | |
| ১১ | ২৬ | ৭ | ১৬ | ১১।৩২ | ২৬ | ১০ | ১ | ২ | ১১।৮ |
| | | | | | ২৭ | ১১ | ২ | ৩ | ১১।৬ |
| ১২ | ২৭ | ১ | ১৭ | ১১।৩০ | ২৮ | ১২ | ৩ | ৪ | ১১।৪ |
| ১৩ | ২৮ | ২ | ১৮ | ১১।২৮ | ২৯ | ১৩ | ৪ | ৫ | ১১।৩ |
| ১৪ | ২৯ | ৩ | ১৯ | ১১।২৬ | ৩০ | ১৪ | ৫ | ৬ | ১১।২ |
| ১৫ | ৩০ | ৪ | ২০ | ১১।২৪ | ৩১ | ১৫ | ৬ | ৭ | ১১।০ |
| ১৬ | ৩১ | ৫ | ২১ | ১১।২২ | | | | | |

পুৰ্ণিমা ১০ দিনৰ ২।৫ পুৱা। আমাবাস্যা ২৪ দিনৰ ৯।২৮ ৰাতি।

THE ORUNUDOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.*

# অৰুণোদই

৩ বচৰ। যোৰ্‌হাট সিৱসাগৰ, অক্তোবৰ, ১৮৫১। নম্বৰ ১০।

VOL. VI. SIBSAGOR, ASAM, OCTOBER, 1851. NO. 10.

## আমেৰিকাৰ মধ্যম ভাগৰ বিৱৰণ।

**The Valley of the Mississippi.**

আমেৰিকা মিল দেশৰ সোঁ মাজত মিচি-চিপি নামে এক বৰ নদি আছে। প্ৰিথিৱিৰ আটাই নদিৰ মাজত সি দিঘল। মিচুৰি নামে তাৰ ওপৰ ভোঁখৰে সৈতে সেই নদিৰ দিঘ ৪৪০০ মাইল। সেই মিচিচিপি নদি হবলৈ অনেক নদি গোট খাই; উত্তৰ কা-নৰ পৰা অহা মিচিচিপি নামে ১৭০০ মাইল দিঘলে এখন, আৰু পচিমৰ পৰা মিচুৰি নামে ৩১০০ মাইল দিঘল হোৱা এখন আহি দুয়ো গোট খাই, মিচিচিপি নামেৰে আৰু ১৩০০ মাইল বৈ গৈ সাগৰত পৰিচে।



আমেৰিকা দেশত থকা বাইচন অৰ্থাত এবিধ মহৰ নকচা।

আমেৰিকা মিলন দেশৰ পূব, পচিম, মধ্যম, এই তিনি ভাগৰ মাজত মধ্যম ভাগ ডাঙৰ। পূব আৰু মধ্যম ভাগ আলিগেনি পৰ্ব্বত সাৰিএ বেলেগ কৰিছে; মধ্যম আৰু পচিম ভাগ ৰকি পৰ্ব্বত সাৰিএ পৃথক কৰে। সেই পৰ্ব্বত কোনো কোনো ঠাইত ৮০০০ হাততকৈ ওখ, আৰু তাৰ টিঙনিলাক সদাই হিমে ঢাকি থাকে। সেই পৰ্ব্বতৰ পৰা সৰু সৰু নদি বৈ, মিচিচিপি বৰ নদিত পৰেহি। সেই সকলোৰে মাজত মিচুৰি ডাঙৰ। চি-তি পোনে পৰ্ব্বতৰ পৰা ওলাই, তাতে ১০০ হাত মাথোন বহল; আৰু তাৰ দুই কাষে শিলৰ থিয় গৰা ৮০০ হাত ওখ হৈছে। পাছে ১১০ মাইল বৈ গলত বৰ সুন্দৰ নদি পতন দুই তিনি থাপ হৈছে; মুঠে ১৩৮ হাতৰ তলে পৰিছে। তাৰ মাজত ডাঙৰ থাপ পতন হলে ৫৮ হাত। সেই নদি পতনৰ বাহিৰে উজনি আৰু ভাটি কালেও একো বাধা বো হোআকৈ ডাঙৰ নাৱে জাব পাৰে। সেই ঠাইৰে পৰা ৩০০০ মাইল মান গৈ চেন্তলুই নামে প্ৰধান নগৰৰ ওচৰত ওপৰ মিচিচিপি নদিৰ লগ লৈ একে সোঁত হৈ গৈছে। লগ হোআ ঠাইত মিচুৰি বহলে আধা মাইলতকৈ বহা; সোঁতো বৰ বেগ আৰু দ।

ওপৰ মিচিচিপিৰ মুৰ চুপিৰিয়ৰ সৰোবৰৰ ওচৰ; সি পোনে পোনে দখিনলৈ গৈছে; ৭০০ মাইল গলত চেণ্টেন্তনি নামে ১০।১২ হাত ওখ গৰাৰ পৰা এক পতন হৈছে। মিচুৰিএ সৈতে লোগ হোআ ঠাইৰ পৰা ১৬০ মাইলৰ দখিনে ওহায়ো নদি পূব কাষৰ পৰা তাত পৰিছেহি। তাৰ পাছে পচিমৰ পৰা আৰ্কাঞ্চ আৰু ৰেদ, এই দুই বৰ নৈও তাত পৰি সকলোৰে প্ৰধান মহা নদি হল।

মধ্যম ভাগত জি বৰষুনৰ পানি পৰে, সেই সকলো মিচিচিপিৰ যোআবাই সাগৰলৈ বৈ গৈছে। সেই নদিৰ একে মুখ ন হই, গঙ্গাৰ দৰে অনেক ধাৰা হৈ পৰিছে। তাৰ ঘণ্টাই পতি ৪।৪ মাইলৰ বেগ। দ ঠাইলে এস, তেৰ স হাত। তাৰ বহল প্ৰায় এক মাইল মাথোন; কিন্তু বাৰিষাত পানি ১৫। ২০ হাত বাঢ়ি ৩০।৪০ মাইললৈ দেশ আপ্লাবিত কৰে। তাৰ পানি মধুৰ, ঘোলা। ধাহাজেৰে তালৈ গৈ দেশ নৌ দেখোঁতেই তাৰ ঘোলা পানি সাগৰত আগেয়ে দেখা জাই। মুখৰ ওচৰ তোখৰত চাপৰি ঠাই, তাপ অধিক, মানুহৰ জ্বৰ নৰিয়া, কেৱল আ-ফ্ৰিকাৰ কলা মানুহে তাত কাম কৰিব পাৰে। কপাহ, গোম ধান তাতে অধিককৈ আৰ্জে। নদিৰ ভিতৰত ভালেমান ঘঁৰিয়াল আছে।

ওপৰ মিচিচিপি, মিচুৰি, ওহায়ো, এই তিনি নদি থকা উত্তৰ তোখৰ অতি চিকন। ঠাই বৰ গৰম ন হই, জ্বৰ তাপ কমি, আৰু সকলো শস্য উত্পন্ন হই। ৫০ বছৰৰ আ-গেয়ে তাত প্ৰায়ে সভ্য মানুহ নাই; আদিবাসি আৱৰ লোক ঠায়ে ঠায়ে অলপ মা-থোন আছিল। সিহঁতে খেতি ন কৰিছিল; বিয়াধৰ কৰম কৰি পহু মাছ মাৰি খাই, আৰু ই ঠৈকে সি ঠৈকে বন কৰি আছিল। এতিয়া সিহঁতক মিচুৰিৰ দখিন পাৰে ভাল এতোখৰ ঠাই দেশাধিকাৰে দিলে; তাতে গোটে থাই সিহঁতে সিকি পৰ্হি ক্ৰমেৰে সভ্য হৈ গৈছে। সিহঁতৰ মাজলৈ অনেক মিচ্যনেৰি লোকে গৈ সিকাইছে।

সেই দেশত গছ নো হোআ জিন গৰা বৰ বৰ তৈয়াম আছে। পথাৰৰ নিচিনা মাটি সমান, বৰ দুৰৈলৈকে দেখিব পাৰে। সেই তৈয়ামবোৰত এতিয়া খেতি কৰিবলৈ ধৰিছে। বছৰে বছৰে জেতিয়া বন শুকাই, তে-তিয়া জুই লাগি বতাহেৰে হুৰ হুৰাই ধনকে পোৰে। তেতিয়া বনবিলা মহ, পহু, ঘোঁৰা, মানুহ আদি কৰি জুইৰ পৰা পলাই বৰ দুখেৰে সাৰিব পাৰে; কেতিয়াবা জুয়ে বৰকৈ খেদি অনেক জন্তু পুৰি মাৰে। জন্তু পলাই জোআ বাটত মানুহ বৈ থাকিলে, মহ আ-দিএ একে বেলিএ তাৰ ওপৰে সৰি গৈ গচ-কি মাৰে।

সেই দেশৰ মহ আমাৰ মহৰ নিচিনা ন হই, বেলেগ জাত; তাক বাইচন বোলে। তাৰ গলধন ওখ, তিঙ্গিৰ নোম সিংহৰ দৰে দিঘল; সিঙ্গ চুটি। মানুহে তাক মাৰি নোমেৰে সৈতে চাল সুকাই তাক বেচে: এনে চালত বৰ উম, আৰ কালিত বৰত জোআ মানুহে সদাই গাত লই। জাকে পতি হেজাৰ হেজাৰ বাইচন একে লগে থাকে; সকলোএ গোজৰাত মেঘৰ গৰ্জ্জনৰ নিচিনা হই। মতাবোৰে কেতিয়াবা যুঁজো কৰে। সিইতে জাকেৰে জাই; গৰাৰ পয়া বা নদিত আগ হৈ জোআবোৰ জদি পৰে, তাৰ পাছত আটাইবোৰে খেদি জাই। আদি বাসি লোকে মাৰিবৰ নিমিত্তে সিইতলৈ বৰ গাঁত খান্দি, তালৈ খেদে, নাইবা খিয় গৰালৈ চল চাই হাই মাৰি খেদি নিয়াত সিইতে বেগ ধৰি তাৰ পৰা পৰি মৰে। বচৰি বছৰি হেজাৰ হেজাৰ মাৰে, তেও চুকুআ নাই। ওপৰে সি পিঠিত সেই জন্তুৰ নকচা দেখিলা।

সেই দেশত সৰ আদি অনেক জাত পহু, বগা আৰু কলা ভালুক, সতা মাকৰি, নাহৰ ফুটুকি, চাগ, উদ, সিয়াল, বাঘ কুকুৰ, কেৰ কেটুআ আদি আছে। কুৰৱ পখি, সগুন, বাজ হাঁহ, কুপৌ, কৈৰ, আৰু সৰু সৰু চৰাই অনেক বিধ হাবিত থাকি বৰ সুললিত ৰাও কৰে। আৰু পেৰু নামে জি বৰ চৰাই ভাৰত বৰ্ষত আগেয়ে নাই কিচিল, সেই চৰাই আমেৰিকা দেশত পোআ গৈচিল। পাছে তাক ধৰি পোহনিয়া কৰি ইঙ্গলণ্ড আদি অনেক দেশলৈ নি পুহিছে। এই দেশলৈকো আনিছে; তাৰ মঙ্গহ বাজ হাঁহতকৈও সোআদ, খাবলৈ চিকন। পেৰু চৰাইৰ নকচা তলত লিখা আছে।

আৰু অনেক বিধ সৰু সৰু মৌপিয়া আছে, বৰন সুন্দৰ, গা অতি সৰু। এবিধ বনবিয়া পাৰ আছে; লাখ লাখ দম খাই আৰু পাতি বচৰে বচৰে ঠাই সলাই পোআলি জগাই। জত বৰ কাঠনি থাকে, তাতে ৫।



আমেৰিকা দেশত প্ৰথমে দেখা পোআ পেৰু চৰাই।



ফিলাদেলফিয়া নগবব দর্সন ঘবত বাখি থোআ মাস্তদনব হাব ।
Skeleton of a Mastodon preserved in the Philadelphia Museum

৬ মাইল দিঘল বহল এইমান তাহঁব হাবিত বুবি গচে পতি দু কুবি তিনি কুবিকৈ বাহ্ ন্যাজি থাকে। জেতিয়া জাকেবে উবি জাই, তেতিয়া আকাস ধন কলা পবি জাই; সবদ গর্জনব দব।

ওহায়ো প্রদেসত আবু আন ঠাইতো লোনব পুঙ্গ থাকে; তাব লোন মাটি খাবলৈ অনেক পূকসব পবা জন্তুবিলাক গৈ গৈ তাতে মবাত সিইতব ভালেমান হাব দম খাই আচে। সেই হাবব মাজত হাতিতকৈও তাঙ্গব এটা জন্তুব হাব আছে; তাক মাস্তদন বোলে। সি হাতিব নিচিনা হৈচিল; কিন্তু সেই বিধ জন্তু এতিয়া নাই, সঁচ চুকাল। এনে এক জন্তুব হাব জোবাই ফিলাদেল্ফিয়া নগবব দর্সন ঘবত থোআ আচে; তাব দিঘে ১২ হাত, ওখই ৮ হাত; দাঁত ৭ হাত দিঘল। সেই বিধ জন্তু কোন কালত জিয়াই আচিল, আদি জ্ঞানিএও কব নোআবে।

সাপব মাজত ঝুমুকাব দবে নেগুব বজোআ এবিধ আচে। সি আটাইতকৈ ডাঙ্গব সাপ; কামুবিব খুজিলে সি নেগুব বজাই। মানুহক খালে জি ভোখব মঙ্গহত তাব দাঁত সোমালে, তাক বেগাই কাটি দু গুচালে নিচয়ে মবে।

আমেবিকাব মধ্যম ভাগত মানুহ প্রায়ে ইঙ্গবাজি বঙ্গহ; আটলান্তিক সাগবব দাঁতিত থকা ইঙ্গবাজি বঙ্গহে পচিমলৈ গৈ গৈ থাকে। আবু ইঙ্গলণ্ড, আয়বলণ্ড, আবু জর্মানি লোকে তাত ভাল দেস আছে বুলি সুনি তালৈকে জাহাজবে লাখ লাখ গৈ আচে।

মিচিচিপি নদিব মুখত প্রথমে ফাঙ্কি মানুহবিলাকে ১৬৭৮ সঁকত সোমাই, ফাঙ্কি বজাব নামেবে তাব ওঁবত থকা দেস ধন ললে। ক্রমেবে ফাঙ্কিএ নুঅর্লিন্স নগব পাতিলে, আবু লুই বজাব নাম দি দেস খনক লুইচিয়ানা বুলিলে। ১৮০৩ সঁকত আমেবিকাব লোকে সেই গোটেই দেস ফাঙ্কিবিলাকক ৩,০০,০০০০০ তিনি কোটি টকা ধন দি কিনি ললে। তাবে পবা প্রজা বহকৈ বাঢ়িচে। ১৮০০ সঁকত মধ্যম আমেবিকাব ৪,৫০,০০০ প্রজাতকৈ অধিক নাই; ১৮৫০ সঁকত ৯৫,০০,০০০ হৈচিল; অর্থাত ৫০ বচবত ২০ গুনকৈ বাঢ়িল। ১৮০০ সঁকত ওহায়ো প্রদেসব ৪৫,৩৬৫ মানুহ আচিল, এতিয়া প্রায় ২০ লাখ হৈচে; মিসিগান প্রদেসব ৫৫১ মানুহ আচিল, এতিয়া ৪ লাখ মান হল; ইন্দিয়ানাব ৪,৬৫১ আচিল, এতিয়া প্রায়ে ১০ লাখ; ইলিনই প্রদেসব ২১৫ আচিল, এতিয়া ৮ লাখতকৈ অধিক হৈচে।

## পৌল পাঁচনিৰ বিবৰন।

**Account of Paul the Apostle.**

এই অতি উত্তম আৰু প্ৰভুলৈ প্ৰিয় হোৱা মানুহ জনৰ চৰিত্ৰ বুজিবলৈ বিবেচনা কৰা আমাৰ অতি প্ৰয়োজন আছে। তেঁও কি ৰূপে ঈশ্বৰৰ প্ৰকাসিত বাক্য পাই মৰনৰ সেসলৈকে দুখ, তাড়না, তাৰনা আৰু মনৰ সন্তাপৰেও সেই সুভ বাত্ৰা কিৰ্ত্তন কৰাত মন দি থাকিল; আৰু জেনেকৈ ঈশ্বৰৰ ঘৰমত সম্পূৰ্ন হৈ, তেঁওৰ পাচত হোৱা ঈশ্বৰৰ লোকলৈ আৰ্হি হল; সপৰ ভাইবিলাকক ঘৰমত সজ আচৰন কৰিবলৈ জেনেকৈ সিকাইছিল; খ্ৰিষ্টৰ নিমিত্তে জেনেকৈ সংসাৰৰ আটাই সুখ আৰু লাভক বিষ্ঠা জেন মানিলে; এই সকলো কথা মন কৰি চালে আৰু মনত বাঁধিলে আমালৈ অতি লাভ হব। আমি জানিচোঁ, এই প্ৰিয় পাঁচনিৰ সমান প্ৰভুৰ ঘৰমত উচাহ, বিশ্বাসত বলৱন্ত আৰু প্ৰভুলৈ সম্পূৰ্ন প্ৰেম হোৱা আন কোনো মানুহ এই কালত বা আন কালতো হোৱা নাই। বাৰে জন পাঁচনিতকৈ পাচে হলেও, সিবিলাকতকৈ একেবিও সৰু হোৱা নাই। তেঁও ওপৰ পিত্ৰিবিলাকৰ মন্তেৰে ঈশ্বৰৰ বিধান গমিলিএল বিধান পণ্ডিতৰ সগত সম্পূৰ্ন ভাৱে সিকিলেও খ্ৰিষ্টৰ ঘৰম কোনো মানুহৰ পৰা সিকা নাই। গলাতিয়া ১:১১, ১২। আৰু কি ভাৱে খ্ৰিষ্টক কিৰ্ত্তন কৰিব, তাৰ কথা কোনো তেজ মঙহ হোৱা মানুহৰ সগত আলচো ন কৰিলে। ১৬,১৭ পদ। কিন্তু জেনেকৈ প্ৰকাসিত বাক্যৰ দোআৰাই পালে, তেনেকৈ তেঁও খ্ৰিষ্টক কিৰ্ত্তন কৰিলে। সেই খ্ৰিষ্টৰ কিৰ্ত্তন নিবাৰন কৰিবৰ নিমিত্তে তেঁওৰ অহিতে কিমান মানুহ উঠিল, তথাপি কোনো ৰূপেও তাক নিবাৰন কৰিব নোআৰিলে; বন্দিসাল, সাস্তি, সঘোৰ বা তাৰনা এইবোৰেও নোআৰিলে: কিন্তু তাৰ দোআৰাই হানি কৰিবৰ চাৰি ঘৰম বৃধিহে কৰিলে। সেই কথাতে পাঁচনিএ আপুনিও ৰুমিয়া ভাইবিলাকলৈ লিখিছে। জি জনক মই কিৰ্ত্তন কৰিচোঁ, আৰু জি জনৰ বাক্য মোৰ হিদয়ত আছে, সেই খ্ৰিষ্টৰ অগম্য প্ৰেমৰ পৰা মৰন বা জিৱন, দূতগন বা প্ৰধান দূত, বৰ্ত্তমান বা ভবিস্যত কাৰ্জ, ওপৰ বা তল, আন কোনো সৃজা বস্তুএও আমাক বিয়োগ কৰিব নোআৰে, মোৰ এনে বিশ্বাস আছে। এই কথা পাঁচনিএ জেনেকৈ কলে, তেনেকৈ অন্তলৈকে আপোনাৰ থিৰ বিশ্বাসতে ৰৈ থাকিল; কোনোএ তেঁওক সেই বিশ্বাসৰ পৰা এক খোজো সৰ চৰ কৰাব নোআৰিলে। জেতিয়া জগতৰ লোকে তেঁওলৈ হিংসাৰে নিন্দা তাৰনা কৰিছিল, তেতিয়া সেই তাৰনাৰ দোআৰাই প্ৰভুৰ ঘৰমত আৰু বলৱন্তহে হই; জলা জুইৰ ওপৰত তেল বাকি দিলে জেনেকৈ দুগুণক চাৰি জলিহে উঠে, সেই ৰূপে জেতিয়া তেঁও জগতৰ নিৰ্দয়া লোকৰ পৰা নিন্দা আৰু তাৰনা পাই, তেতিয়া খ্ৰিষ্টৰ ঘৰমলৈ অধিক ৰূপে জলি উঠে। এই কথাৰ প্ৰমান তেঁও আপুনিএই কৈছে, আমি সকলো পোনে দুখ ভোগ পোৱা হৈও বিয়াকুল ন হঁও; উপাই নাই কিয়া হৈও নিৰসা ন হঁও; তাৰনা পালেও অনাথ ন হঁও, তললৈ পেলোৱা হলেও বিনাস ন হঁও; যিচুৰ জিৱন আমাৰ সৰিলত জেন প্ৰকাস কৰা জাই, এই নিমিত্তে আমি সদাই সৰিলত প্ৰভু যিচুৰ মিত্যুৰ ভোগ কৰি ফুৰিচোঁ। সেই ৰূপে তেঁওৰ দেহত মিত্যুৰ ভোগ কৰিলেও কোনো ৰূপে বিনাস ন হল; কিয়নো জি জনৰ নিমিত্তে এই সকলো দুখ, তাৰনা, নিন্দা আৰু সাস্তি ভোগ কৰিলে, সেই জনেই নানা ঠাইত, নানা সময়ত স্বৰ্গিয় দৰ্সনৰ দোআৰাই আপোনাৰ প্ৰিয় জনক সান্তনা কৰিলে। এই ৰূপে স্বৰ্গিয় দৰ্সন আৰু মৰ্জ্জাৰ দোআৰাই নিজোজন কৰা লোক এই পৃথিবিৰ মাজত আৰু কেতিয়াও কতো ন হব বুলি জানিচোঁ।

এই প্ৰিয় আৰু মান্যৱন্ত পাঁচনি জন ৩০ বচৰ মান বয়সিয়া হোআত স্বৰ্গিয় দৰ্সনৰ

যোআৰাই মন পালটন কৰা হৈ, তেঁওৰ বয়স ৬০ বচৰ বয়সিয়া হোআসকলেকে খ্রিষ্টৰ সুত বাত্রা কির্ত্তন কৰি ফুৰিলে। সেমত তেতিয়া তেঁও চইতান ভূতৰ সগত ৰন কৰি এটাই যাত্রা কৰা পথৰ ওৰ পেলালে, আৰু আপোনাৰ অমূল্য বিশ্বাস ধাৰন কৰি সম্পূৰ্ণ কৰিলে, তেতিয়া নিৰো নামে ৰুমিয়া ৰজাৰ যোআগাই তৰোআলৰ মূখত পৰি আনন্দে প্রান চাৰি দি অনন্ত জিৱনৰ থানত সোমাল; আৰু তাতে জি অবিনাসি পুন্যৰ কিৰিটি পৰমাৰ্থিক বিচাৰ কৰ্ত্তা প্রভুএ ৰাখি থৈছিল, তাকে পালে। সেই ঠাইত চাবুকৰ কোৰ, জগতৰ অত্যন্ত ভাবনা আৰু চইতানৰ পৰিধাই আৰু পাব নোআৰে, আৰু কোনো কালেও তেঁওৰ চকুৰ লো নোলাব, কিন্তু ৰাতি দিনে তিনি বচৰলৈকে জি চকুৰ লোতক ওলাই আছিল, সেই সকলোকে ঈশ্বৰে আপোনাৰ হাতত গামোচা লৈ মচিহে পেলালে, সেই কাৰনে তাত আৰু কেতিয়াও ক্রন্দন ন হব।

## প্রশ্ন ।

এতিয়া আমি কোন মানুহৰ বিৱৰন কৈচোঁ?

সেই জন কোন দেসৰ মানুহ?

সেই মানুহৰ কথা বুজাত কি লাভ?

পৌলে কাৰ কথা কির্ত্তন কৰিলে?

পৌলৰ আচৰন কেনে আছিল?

পৌল খ্রিষ্টৰ বাৰে জন পাঁচনিৰ মাজৰ এজন নে, নাইবা পাচে হোআ?

খ্রিষ্টক কির্ত্তন কৰিবলৈ তেঁও কোনো মানুহৰ পৰা বিদ্যা সিকিলে নে নাই?

পৌলক কিহৰ নিমিত্তে ভাবনা কৰিছিল?

তেঁও জি জনক বিশ্বাস কৰিলে, সেই বিশ্বাসৰ পৰা খহি পৰিল নে?

সকল ভাবনা দুখত, তেঁওক কোনে ৰাখিলে?

পৌলৰ সমান মৰ্ত্তভাৱে নিয়োজন কৰা পাঁচনি আৰু আছে নে?

পৌলে কিমান বচৰৰ মূৰত খ্রিষ্টৰ সিস্য হল? আৰু তাৰ পাচে কিমান বচৰ বয়স হৈ আছিল?

পৌল এতিয়া কেনে ঠাইত আছে, তাতে দুখ পাইছে নে?

---

## পৌল পাঁচনিৰ জৌৱন কালৰ বিৱৰন ।

Paul's Early Life.

পৌলৰ জনম কিলিকিয়া দেসৰ তাৰ্চ নগৰত হৈছিল, পাঁ ২২:৩। তেঁওৰ পিত্রি মাত্রি দুয়ো য়িহুদি। ফিলিপি ৩:৫। আৰু তেঁও আব্রাহামৰ বংসৰ বেনিয়ামিনৰ ফৈদত জনম হৈছিল; বিধানৰ কথাত ফিৰুচি। ৰ ১১:১। তেঁওৰ পূৰ্ব্বৰ নাম চৌল; পাঁ ৮:৫৮—৬০; ৯:১—৮। চৌলৰ অৰ্থ খোজাচোঁ। কোনো লোকে বোলে, তেঁওৰ জনমৰ পূৰ্ব্বে মাক বাপেকে এক সন্তান পাবৰ আসয়েৰে ঈশ্বৰলৈ প্রাৰ্থনা কৰিছিল, পাচে ঈশ্বৰে সিঁহতৰ প্রাৰ্থনা সুনি, সেই সন্তান দিলে; তাৰ কাৰনে মাক বাপেকে সবাৰ নাম চৌল থলে। কিন্তু পৌল নাম কেতিয়া পালে, আৰু কি কাৰনে দিয়া হল, তাক আমি ৰকপাকৈ নে জানোঁ; তথাপি কোনো পণ্ডিতে ইয়াকে কই, বোলে, জেতিয়া কুপ্র মাজুলিৰ পাফ নগৰৰ সৰ্গিয় পৌল নামে অধিকাৰে পাঁচনিৰ মূখে খ্রিষ্টৰ কথা সুনি বিশ্বাস কৰিলে, তেতিয়া সেই অধিকাৰে আপোনাৰ পৌল নাম চৌলক মৰ্জ্জা ৰূপে দিলে। আৰু আমিও প্রথমে সেই ঠাইতহে চৌলৰ নাম পৌল বোলা সুনিচোঁ; পাঁ ১৩:৯।

খ্রিষ্টৰ সক ৬ বচৰৰ পাচে পৌল জনমিল। জেতিয়া তেঁও ১৩। ১৪ বচৰ বয়সিয়া হল, তেতিয়া মাক বাপেকে য়িৰুচালেম নগৰত ঈশ্বৰৰ বিধান সিকিবৰ নিমিত্তে পঠালে। সেই কালত য়িহুদি লোকৰ এনে দস্তুৰ আছিল, আপোনাৰ সবাক প্রধান কৰম তিনটা কৰে; প্রথমে চৰ্ম্মছেদন, দুতিয় ঈশ্বৰৰ বিধান, ত্রিতিয় কোনো সম্ভাবিক বিদ্যা

সিকাই । সেই ৰূপে চৌলকো ইশ্বৰৰ বিধান সিকিবলৈ য়িৰুচালম নগৰলৈ পঠালে। পৌলৰ সিখ্যক গমিলিএল নামে এজন বিধানৰ অধ্যাপক হৈছিল । পাঁ ৫:৩৪ ; ২২:৩ ; ২২:৩। সেই সময়ত য়িহুদি লোক দুই বিধ আছিল, এভাগ ফিৰুচি, এভাগ চিদুকি । পৌল হলে প্ৰধান ভাগৰ ফিৰুচি হৈছিল । ফিলিপি ৩:৫ । তেঁৱে মণ্ডলিক তাৰনা কৰোঁতাৰ মাজৰ এজন প্ৰধান আছিলে; ফি ৩: ৫ ; পাঁ ২২:৪ । জেতিয়া খ্ৰিষ্টৰ প্ৰথম সেৱক ষ্টিফানক য়িহুদিবোৰে সিল পেলাই মাৰিলে, তেতিয়া চৌলেও তাতে সাখিবোৰৰ কাপৰ ৰাখিলে, আৰু ষ্টিফানক মাৰোঁতে পৌলৰো সম্মত আছিল । পাঁ ৭:৫৮—৬০; ৮:৩। তেনে সময়ত পৌলক বাঘ বা সিংহ বুলিব পাৰিছিল; কিন্তু অলপতে অতি নম্ৰ মেৰ পোৱালি হল। পাঁ ৯:১৪।

## প্ৰশ্ন ।

পৌলৰ জনম কোন দেসৰ ? কোন নগৰত হৈছিল ?

কাৰ বংসহ আৰু কোন কৈদত জনম হৈছিল?

তেঁও ভদ্ৰ লোক নে সামান্য লোক আছিল?

তেঁওৰ নাম প্ৰথমে কি আছিল, আৰু সেই নামৰ অৰ্থ কি ?

খ্ৰিষ্টৰ কিমান বচৰৰ পাচে পৌলৰ জনম হৈছিল ?

তেঁও কত আৰু কাৰ সগত বিদ্যা সিকিছিল?

য়িহুদি লোকৰ কেই বিধ আছে ?

পৌল কোন বিধৰ মানুহ, উত্তম বিধৰ হই নে ?

---

## পৌলৰ মন পালটাৰ বিসই ।

Paul's Conversion.

জি কালত প্ৰভুৰ বিস্বাসি সাখি ষ্টিফানক বধ কৰা হল, সেই কালত মণ্ডলিৰ মাজত অতি হুৰা মুৰা হৈছিল ; কিয়নো ষ্টিফানক মৰা দেখি সকলো সিস্যবিলাক পাঁচনিবিলাকত বাহিৰে ঠায়ে ঠায়ে গোট গোট হৈ গল। আৰু ষ্টিফানক মৰাতে মণ্ডলিৰ সত্ৰুবোৰে আগতকৈ বৰ সাহ্ পালে ; তাতে চৌলেও মনত সাহ্ কৰি, খ্ৰিষ্টিয়ান ধৰম লুটিয়াবৰ কাৰনে অতি জতনেৰে দিনে ৰাতিএ সেই কথাতে মন দিলে । পাচে ঘৰে ঘৰে ফুৰি মুনিহ্ তিৰোতা জাকে জাকে পালে, সেইবোৰক ধৰি বন্দিসালত সুমাই থলে । পাঁ ৮: ৩। আৰু জিমান পাৰে, সিমানকৈ প্ৰভুৰ লোকক দুখ দিবলৈ ধৰিলে। সেই ৰূপে য়িৰুচালম নগৰত জিবোৰক পালে, সেইবোৰক ধৰি সাস্তি কৰাই, বন্দিসালত পেলাই ৰাখিলে ; কিন্তু জেতিয়া সেইবোৰক সাস্তি আৰু তাৰনা কৰাত মন জুৰ ন হল, আৰু য়িৰুচালম নগৰত আন সিস্যক তাৰনা কৰিবলৈকো নাই কিয়া হল, তেতিয়া আন কোন ঠাইত মানুহে খ্ৰিষ্টৰ ধৰম গ্ৰাহ্য কৰিচে, তাক বিচাৰিবলৈ সুধি সুধি থাকিল । পাচে দামেচক নগৰত খ্ৰিষ্টিয়ান লোক ওলাইচে, এই কথাৰ বুজ পাই, য়িহুদিবিলাকৰ বৰ পোৰোহিতৰ ওচৰলৈ গল ; তাতে জি ৰূপে দামেচক নগৰলৈ গৈ মণ্ডলিৰ লোকক ধৰি আনিব পাৰে, এনে এখন পত্ৰ, পোৰোহিতৰ পৰা মাগন কৰি ললে ; সেই পত্ৰ পাই মানে চৌলৰ মন অগ্নিৰ নিচিনাকৈ সিস্যবিলাকৰ অহিতে জলি জলি আছিল ; কেতিয়া তাৰনা আৰু সাস্তি কৰিবলৈ পাম, কেৱল এনে কথাৰে উত্পাত হল। তাতে সেই কৰম ন কৰালৈকে তাৰ মনত একো জিৰনি নে পালে । তাৰ পাচত পোৰোহিতৰ পৰা এখন সক্তি পত্ৰ, আৰু কেতবিলাক মানুহকো পাই, সেই ঠাইত মনেৰে একেৰিও কাল নি জিৰোআকৈ দামেচক নগৰলৈ গল। আৰু বাটত জাঁওতে পৌলৰ মনত সিস্যবিলাকৰ অহিতে কি জানি কিমান হিংসাৰ ভাবনা আছিল, আৰু নগৰ মানুহে সৈতে কিমান কথা আলচি গৈছিল, তাক কোনে জানিব পাৰে । তথাপি আমি ইয়াকে বুজিচোঁ, সিস্যবিলাকক তাৰনা কৰাৰ কথাত বাহিৰে পৌলৰ মনত আন একো কথা নাচিল ; আৰু সেই হিংসাৰ কথাই তাৰ মনত জুইৰ

দৰে জলি থকাত আন একো কথাও ভাবিব নোআৰিলে। জেতিয়ালৈকে চৌলৰ মনত ইশ্বৰৰ মণ্ডলিৰ অহিতে হিংসা আৰু তাৰনাৰে পুৰ হৈ আছিল, সেই সমইলৈকে পৌলে আপোনাৰ মনত ইয়াকে ভাবি থাকিল, মই এতিয়া জি কৰম কৰিচোঁ, ইয়াতে ইশ্বৰে মোলৈ তুষ্ট হৈ আছে; কিয়নো ওপৰ পিত্রিবিলাকৰ দোআৰাই ইশ্বৰে জি ধৰম অৰ্থাত বিধান আমালৈ দিলে, এই মানুহবিলাকে নাচৰিয়া য়িচুৰ মত লোআত আমাৰ এই ধৰম গুচাব খুজিচে; এই কাৰনে মই এনেবিলাকক নষ্ট জদি কৰোঁ, তেন্তে ইশ্বৰে দিয়া আমাৰ বিধানৰ একো হানি ন হব, আৰু তাতে ইশ্বৰেও মোলৈ অৰ্থাত মোৰ কৰমত নিচইকৈ সন্তোস হব।

এই ৰূপে ভাবনা আৰু চিন্তাৰে চৌলৰ মন উগুল থুগুল হৈ থকাত অতি বেগে য়িৰুচালমৰ পৰা দামেচক নগৰলৈ গৈ গৈ আছিল। পাচে জি দিনত নগৰৰ ওচৰ পালে, আৰু জি সময়ত খ্ৰেষ্টৰে আৰু প্ৰভুৰ সিস্যবিলাকৰ অহিতে চিন্তা কৰা ভাবনাৰে চৌলৰ মন পুৰ হৈ আছিল, এনে সময়তে ইশ্বৰৰ হাত তালৈ স্বৰগৰ পৰা বিদিত হল। তেতিয়া দুপৰ মান বেলিত সুৰ্য্যৰ প্ৰকাসতকৈ অতি প্ৰতাপি পহৰ তেঁওৰ আৰু তেঁওৰ লগত জোআ মানুহবোৰৰ চাৰিও ফালে প্ৰকাস হল। সেই প্ৰতাপৰ কাৰনে তেঁও একো ৰথ্যা নে পাই একে বেলিএ ঘোঁৰাৰ পৰা মাটিত পৰিল; তেতিয়া আকাসৰ পৰা হোআ এক বানি সুনিলে, হে চৌল, হে চৌল, মোক কিয় তাৰনা কৰিচা? পাঁ ৯:৪। এনে বানি সুনাত চৌলে অতি ভই আৰু মৰ্জতাৰে কোমল মাত লগাই সুধিলে; হে প্ৰভু, আপুনি কোন? তেতিয়া প্ৰভুএ কলে, জি য়িচুক তুমি তাৰনা কৰি আচা, তেঁৱেই মই। এই কথা সুনাত চৌলৰ মন কি জানি কিমান ভয়েৰে পুৰ হল, আৰু জি জনৰ প্ৰতাপি বাহুৰ প্ৰহাৰ পালে, এনে সক্তিমন্ত প্ৰভুকে তাৰনা কৰাত কেনে ভয়ঙ্কৰ ভাবনা সোমাই তেঁওৰ মন ভগন কৰিলে, তাক কোনে [illegible] পাৰে? সিংহৰ মুখত মানুহ পৰিলে জেনেকৈ একে বেলিএই হাৰ হৰ ভাগি গুৰি হৈ জাই, সেই ৰূপে সেই ভয়ঙ্কৰ ভাবনা চৌলৰ মনত পৰাত তেঁওৰ মনৰ সকলো হাৰবোৰ গুৰি হৈ ভাগি গল; আৰু মনৰ অনুমানেৰে জানোঁ, সেই সময়ত পৌলৰ সৰিলত একো সক্তি নে থাকিল। কিন্তু দেখা, এই ৰূপে ভাবনা কৰি থাকোঁতে, জি জনে চেপেটা নল নে ভাঙ্গে, আৰু ধুঁআৰে সলিতাও নু নুমাই, আৰু জি জনে ভগন হোআ হাৰবোৰকো বাটিব পাৰে, এনে দায়ামই জনে পুনৰ মাত লগাই কলে, কিন্তু উঠা, নগৰলৈ জোআ; তেতিয়া তুমি জিহকে কৰিব লাগিব তাক তোমাত কোআ জাব। ৯; ৬। এই কথাৰ বাহিৰেও আন আন অনেক কথাও তেঁওত কোআ হল। পাঁ ২২: ৯, ১০; ২৬: ১৪—১৮। প্ৰভুএ এই ৰূপে আদেস কৰাৰ পাচে চৌল মাটিৰ পৰা উঠিল, কিন্তু এনে প্ৰতাপি পহৰৰ দোআৰাই চকুৰে কাকো দেখিব নোআৰিলে; সেই কাৰনে তেঁওৰ লগৰ মানুহে হাতত ধৰি দামেচক নগৰলৈ আনিলে; তাতে য়িহুদা নামেৰে এজনৰ ঘৰত সোমাই তিনি দিনলৈকে নো খোআ নো বোআকৈ থাকিল। নো খোআ নো বোআকৈ জে আছিল, ইয়াৰ হেতু এই, তেঁও সেই দৰ্সনত ভই পোআত বা আপোনাৰ চকু কনা হোআৰ নিমিত্তে লঘোনে থাকিল, এনে ন হই, কিন্তু জি জনৰ অহিতে এনে কৰম কৰিলে, তাৰ কাৰনেহে অতি খেদ পোআত একো আহাৰ লবলৈ ইচা ন হল। তাৰ বাহিৰেও তেঁও আগৰে পৰা জি জি পাপ দায়ালু প্ৰভুৰ বিৰোধে কৰিলে, সেই আটাই পাপ তেতিয়া তেঁওৰ মনৰ আগত ৰৈ থাকিল; আৰু তাকে চিন্তা কৰোঁতে মনত অতিসই সোক আৰু বিয়াকুল বাঢ়ি জোআত তেঁওৰ মন নিচই ৰূপে ভগন হল; সেই কাৰনেহে আন কোনো কথালৈ নি চিন্তাকৈ কেৱল পাপৰ কথাতে চিন্তি আ-

চিল, আৰু সেই পাপৰ চিন্তা আৰু খেদ এনে গধুৰ পৰ্বতৰ দৰে তেঁওৰ মনত ভাৰ হোআত সৰিলৰ কথালৈ কি চিন্তা কৰিব পাৰে?

এই ৰূপে তিনি দিনলৈকে নো খোআ নো বোআকৈ পাপৰ নিমিত্তে চিন্তা আৰু খেদ পাই থাকোঁতে সেই খেদত জেন তেঁওৰ মন নিৰসাৰে বিয়াকুল আৰু বলিয়া হৈ নে জাই, এই নিমিত্তে তিনি দিনৰ মূৰত সান্তনা কৰোঁতা দায়ালু প্ৰভুএ হনানিয়াৰ বিসয়ে তেঁওক এক দৰ্সন দেখালে। সেই দৰ্সন পোআতে পৌলৰ মনত চাগৈ কিচু আসাৰে আনন্দ পালে। কিন্তু সেই দৰ্সনৰ পাচত প্ৰভুএ হনানিয়াকো দৰ্সন দি কলে, তুমি উঠি পোন নামেৰে গোলাটো আলিএ গৈ য়িহুদাৰ ঘৰত তাৰ্চ নগৰৰ চৌল নামে এজনৰ বাত্ৰা সোধাগৈ; দেখা, সি প্ৰাৰ্থনা কৰি আচে, আৰু তুমি তাৰ ওচৰলৈ জোআ এনে এক দৰ্সনো পালে। তাতে হনানিয়াই চৌলৰ বিৰোধে উত্তৰ দিয়াত, তেতিয়া প্ৰভুএ পুনৰ বাৰ কলে, তুমি আন একো কথা ন কৈ পোনে পোনে বাট বুলি জোআ, কিয়নো বিদেসি লোক আৰু ৰজাবিলাক আৰু ইস্ৰাএলৰ সন্ততিবিলাকৰ আগত মোৰ নাম প্ৰচাৰ কৰিবলৈ সেই জন মোৰ মনোনিত পাত্ৰ হই। পাঁ ৯: ১৫। সেই ৰূপে কোআত হনানিয়া গৈ পৌলক পালে; পাচে তেঁওৰ আগত কিচু কথা বাত্ৰা হৈ প্ৰভুৰ নামেৰে বুৰ দিয়ালে। তেতিয়া খ্ৰিষ্টৰ সঁক ৩৬, আৰু পৌলে ৩০ বচৰ বয়সিয়া হৈচিল।

এই কৰমৰ পাচত পৌলে মনে মনে মে থাকি য়িচু জে খ্ৰিষ্ট হই, ইয়াৰ কথা দামেচক নগৰৰ মাজত কিৰ্ত্তন কৰিলে; সেই ৰূপে কিচু দিন সেই ঠাইতে থাকি, পাচে আৰৱ দেসলৈ গল; গলা ১: ১৭। কোনো পণ্ডিতে ভাবে, বোলে, পৌলে তাত কিৰ্ত্তন কৰিবৰ নিমিত্তে খ্ৰিষ্টৰ কথা সিকিচিল; কিন্তু অধিক লোকে ভাবে বোলে, তেঁও আৰৱ দেসত কেৱল কিৰ্ত্তন কৰিবলৈহে গৈচিল; কিয়নো তাত অনেক খ্ৰিষ্টিয়ান মণ্ডলি থাপনা কৰা হৈচিল, আৰু সিবিলাকৰ মাজত কিৰ্ত্তন কৰা লোক কোন আচিল, তাক কেৱে কব নোআৰে। এই হেতুকে জানিচোঁ, কেৱল পৌলেহে তাত কিৰ্ত্তন কৰি আচিল। তেঁও জে তাত কিৰ্ত্তন কৰিবৰ নিমিত্তে কেৱল গৈচিল, তাৰ প্ৰমান তেঁওৰ এক পত্ৰৰ দোআৰাই বুজিচোঁ। গল ১: ১১, ১২, ১৬, ১৭। তেঁয়ে কৈচে, হে ভাইবিলাক, জি সুভ বাত্ৰা মোৰ দোআৰাই কিৰ্ত্তন কৰা হৈচিল, সেয়ে মানুহৰ মতে ন হই, ইয়াক তোমোলাকত বুজাইচোঁ। মই মানুহৰ পৰা তাক পোআও নাই, সিকাও নাই, কিন্তু য়িচু খ্ৰিষ্টৰ প্ৰকাসিত বাক্যৰ দোআৰাইহে তাক পালোঁ। তেতিয়াই মই তেজ মঙ্গহ হোআ মানুহে সৈতে আলচো ন কৰিলোঁ। ইয়াতে পৌলে কোনো মানুহৰ পৰা জে কিৰ্ত্তন কৰিবলৈ সিকা নাই, তাক ভাল ৰূপে প্ৰকাস কৰা গল; কিয়নো তেঁও আপুনি কৈচে, মই জি কিৰ্ত্তন কৰাৰ ভাৰ পালোঁ, সেয়ে মানুহৰ পৰা ন হই, আৰু মানুহৰ দোআৰায়ো তাক কৰিবলৈ সিকা নাই; কিন্তু প্ৰভুৰ পৰাহে পাই কিৰ্ত্তন কৰিবলৈ সিকিলোঁ।

পাচে আৰৱ দেসৰ পৰা তেঁও পুনৰাই দামেচক নগৰলৈ উলটি আহিল। গলাতিয়া ১: ১৭। কিন্তু তাত কিচু কাল থাকিলত য়িহুদিবিলাকে মাৰিবলৈ থাপ দিব ধৰিলে; পাচে ভায়েকবিলাকে ৰাতিএই এটা পাচিত ভৰাই পৌলক গৰ পাৰ কৰি দিলে। জি ঘৰত পৌল আচিল, সেই ঘৰ নগৰৰ গৰতে লগাই সজা হৈচিল, সেই কাৰনে ৰাতি পাচিত ভৰাই গৰৰ এক মুকলাই দি পাৰ কৰি দিব পাৰিলে। পাঁ ৯: ২৩—৩১; ২ কৰ ১১: ৩২।

## প্ৰশ্ন।

ষ্টিফানক বধ কৰাত মণ্ডলিৰ লোকৰ কি হৈচিল?

খ্ৰিষ্টিয়ান ধৰমক কোনে লুটিয়াব খুজিলে?

পৌলে য়িৰুচালমৰ পৰা খ্ৰিষ্টিয়ান মানুহক তাৰনা কৰিবলৈ কোন নগৰলৈ গৈচিল?

পৌলে জাত্রা কৰাত তেঁওৰ মনত কি কথা ভাবিচিল?

দামেচক নগৰৰ ওচৰ পোআত পৌলৰ কি ঘটিল?

তেঁও কাৰ বিৰোধে বন কৰিচিল?

জেতিয়া পৌলে প্রভুকে তাবনা কৰিচোঁ বুলি জানিলে, তেতিয়া মনত কি ভাবনা আচিল?

দুষ্ট লোকক সন্ত কৰিবলৈ কাৰ সক্তি আচে?

মানুহৰ দুখিত মন কোনে সান্তনা কৰিব পাৰে?

মাটিৰ পৰা উঠিলত পৌলৰ চকুত কি হল?

তাৰ পাচে তেঁও কাৰ ঘৰলৈ গল?

কেই দিনলৈ পৌলে নে দেখা হৈ আচিল?

কি কাৰনে ভোজন পান ন কৰিলে?

তিনি দিনৰ মুৰত পৌলৰ ওচৰলৈ প্রভুএ কাক পঁাচিলে?

হনানিয়া গৈ পৌলক কি কৰিলে?

ইয়াৰ পাচে পৌলে দামেচক নগৰত কি কৰিলে?

দামেচকৰ পৰা কলৈ গৈচিল?

আৰব দেসত পৌলে কি কৰিলে?

পুনৰাই দামেচক নগৰলৈ অহাৰ পাচে তেঁওৰ কি ঘটিল?



নাগৰত ওপাৰি কামেৰে পাত ভৰি ৰোআ ৰতিনচ নামে এবিধ মানুহৰ নকচা।

## পুৰনি অসম বুৰঞ্জি, নং ১৪ ।

**Sukhaogfa Khura Roja—War with the Koches.**

১৪৭৪ সকত এঁওৰে পুত্র চুখাংফা কুমৰ ৰজা হল, এঁওকে খোৰা ৰজাও বোলে। লাকনি মুংকেও (৫) সকত ত্যাওচুপন ১, ত্যাওচামচু ১, ত্যাওলুংকতাই ১, ত্যাওতিপ ১, ত্যাওচামকেও ১, ত্যাওতিংপম ১, ত্যাওউ ১, এই কোঁঅৰ সাতোটা, বৰ পাত্রৰ পুতেক লাপেত ১, চেনবৰৰ পুতেক লাচাম পম ১, এই সকলে ৰজা দেৱক দ্রোহ কৰিবলৈ আলচিলে। পাচে এই কথা ৰজা দেৱে সুনি সিইঁতক ধৰি আনি মাৰিব কৰিলে; পাচে তংখাম বৰ গোহাঁয়ে মাতিলত ৰজা দেৱে দাই এৰি সিইঁতক নে মাধি এৰিলে।

লাকনি কাতপ্লাও সকত ৰজা দেৱে তেওবাক জুধ কৰিবলৈ চাৰিঙ্গ ৰজাকে, বৰ গোহাঁইকে, বুৰা গোহাঁইকে, সৈন্য সেনা দি পঠালে। পাচে ইবোলাক তিনিএ গৈ নামকপত ৰলগৈ; তাৰ পৰা চাৰিঙ্গ ৰজাই বৰ গোহাঁয়ে নামতুতুত ৰংলৈ; বুৰা গোহাঁয়ে সমাইৰ বাটে গল; তাৰো পৰা চাৰিঙ্গ ৰজা বৰ গোহাঁয়ে আইতনিয়া দিলে দি গল। পাচে সিইঁতে খেদি জাবৰ দেখি লৰা তিবোতা এৰি ভাগি নুইতে গল; আইতনিয়া ভাগি গৈ পাপুকিয়া নগাত সোমালগৈ। পাচে চাৰিঙ্গ ৰজা বৰ গোহাঁয়ে খেদি গৈ পাপুকিয়াৰ গাঁও পালেগৈ; পাচে পাপুকিয়াও ভাগি গৈ খামতেজিয়াত সোমালগৈ। পাচে আমাৰ লোকে খেদি গৈ খামতেঙ্গ পালেগৈ, পাচে খামতেঙ্গ ভাগিল; খামতেজিয়াৰ পালে মেচোন ১ স। সেই ঠাইতে বৰ গোহাঁই নৰিয়া পৰিল। বৰ গোহাঁইক ওলটাই আনোঁতে বাটত আইতনিয়া, পাপুকিয়া, খামতেজিয়া, এই তিনি গঁয়া নগা এঠাই হৈ ডইমুং পৰ্বতত বেৰি ধৰি বৰ গোহাঁইক লৈ অহা মানুহক কাটিলে। পাচে ত্যাওচুপন, ত্যাওতু, এই দুই কুমৰে খেদি গৈ ডইমুং পৰ্বতত জুধ ধৰিলে; তিনিও কৈদ নগা জুধে নোআৰি ভাগিল।

দুই কোঁঅৰে বৰ গোহাঁইক একআই আনিলে। লাকনি কংমাও (১) সংকত বৰ পাত্ৰ গোহাঁই মৰিল, বুৰা গোহাঁয়ো মৰিল।

লাকনি তাওচি সংকত তৰাইখেকক ত্যাওচাংবাই নাম দি বুৰা গোহাঁই পাতিলে। লাকনি কাপচিন্না (১২) সংকত প্ৰতাপ ৰাইৰ নাতিএক আছিল। পাচে আলুআ ভুঁয়া ভটিয়াই গৈ প্ৰতাপ ৰাইৰ নাতিএকৰ লগ ললেগৈ। পাচে দুয়ো উজাই আহি দিখৌ মুখ ললেহি। ৰজা দেৱে এই কথা শুনি তংখাম বৰ গোহাঁইকে, বুৰা গোহাঁইকে, বৰ পাত্ৰ গোহাঁইকে ৰনলৈ পাঁচিলে। ইবোলাক তিনিও গৈ দিখৌ মুখত ৰন ধৰিলেগৈ। এনেতে জোহানৰ পুতেক সংৰংকংপৰ ভায়েক, জকা দেঁওধাইক চোলা পেলাবৰ নিমিত্তে মাৰিলে। পাচে আহিনৰ দিনত ৰজা দেৱে মনখাম কুমৰকে, চুমতাঙ্গকে, এই দুইক বহুত মানুহ দি বোকাত গৰ বান্ধিব দিলেগৈ।

লাকনি তাপমুত (১৩) সংকত বুৰা গোহাঁইক বোকাৰ গৰত থাকিবলৈ পঠালে। এই সংকতে আগৰ বোকাৰ গৰত থকাবোৰক সনালৈ পঠালে; নামনি ফলিয়া মুংখুঙ্গিয়া হাতি মুৰিয়া ১, মৰিৰতেল ১, এই দুইক ত্যাওভুকৰ লগলৈ সনালৈ পঠালে। ত্যাওভুকলৈ বঁটা দিলে হাতি ১, তগু ১, হেঙ্গদান ১, হিলৈ ১, কপৰ জৰা ১, বেলা ১। আৰু ত্যাওচাংবাই বুৰা গোহাঁইক সবাৰে দূৰ কৰি দি সনালৈ পঠালে। বকতিয়াল হাতি মুৰিয়া মতিয়ানত ১, উজনি ফলিয়া হাতি মুৰিয়া ১, এই দুইকো লগত দিলে।

লাকনি ৰাইচান সংকত চুচুকুচুমুএ, টেপুএ, এই দুয়ে উজাই আহি সনা পালেহি। আমাৰ লোকেও গৈ সনাত থাকিলগৈ। পাচে সিইত দুয়ে নুইতে উজাই দিখৌ মুখ পালেহি। পাচে এই কথা শুনি ৰজা দেৱে চাৰিঙ্গ ৰজা, তংখাম বৰ গোহাঁয়ে, কংজং বৰ পাত্ৰ গোহাঁয়ে, তৰাইখেক বুৰা গোহাঁয়ে আলচি, নাৱে ভটিয়াই নুইতে পালেগৈ। সিইত দুয়ে গধুলি বেলা নুইতে উজাই পুনৰ দুপৰ ৰাতি ভটিয়াই আহি, আমাৰ মানুহলৈ হিলৈ মাৰিলে; দুই চাৰি গুলি লাগিলত আমাৰ মানুহ ভাগিল। পাচে সিইত দুই ভটিয়াই গৈ, সাঁৰ্হি মুখৰ চাপৰিত ৰলহি। আমাৰ লোকে খেদি গৈ সাৰ্হি মুখত যুধ ধৰিলেগৈ; তাতে আমাৰ ত্যাওমুংচং পৰিল।

লাকনি মুংৰাও সংকত মাঘৰ দিনত, কোঁচ ৰজা নুইতে উজাই আহি, দিখৌ মুখৰ পোনে নুইতৰ উতৰে ৰলহি। পাচে ৰজা দেৱে চাৰিঙ্গ ৰজা, তৰাইখেক বুৰা গোহাঁই, ত্যাও উত, ত্যাওচুলুং, কংজং বৰ পাত্ৰ, চুতাং খাম্চেন, এই সকলোৰে গৈ, ইপাৰে কোঁচ দি ৰলগৈ। ত্যাওৰিং আইগ্ৰুংমুঙ্গক যুধৰ অধিকাৰ কৰি, তিপাম ৰজাক লগত দি দিহিঙ্গৰ গৰত থাকিব দিলে গৈ। সেই সময়ত বহাগৰ দিনত মৰঙ্গি ৰাজ্য ভাগি আছিল। পাচে চাৰিঙ্গ ৰজা ভাঙ্গৰিয়া সকলোৰে আলচ কৰি ৰজা দেৱলৈ জনাই, ফুংখামৰ পুতেক লাঙ্গিতাম ১, লাচাইলুং ১, লাঙ্গিখুন ১, এই তিনিক কোঁচ ৰজাৰ ঠাইলৈ প্ৰিতিৰ কাৰনে পঠাই দিলে; কোঁচ ৰজাও মিত্ৰ কৰিবৰ নিমিত্তে ৰতিকৰা নামে ভাল মানুহ এটা পঠাই দিলে। কোঁচ ৰজা এই বুলি কৈ পঠালে; আমিও এতিয়াৰ ন ইও, সিবোলাকো এতিয়াৰ ন হয়। বিসেনত স্বৰ্গি ৰজা ইন্দ্ৰৰ সন্তান, আমিও সদা সিৱৰ সন্তান. এতেকে তোমাৰ আমাৰ দ্বন্দ কন্দল কৰিবৰ উচিত ন হয়; পূৰ্বতো তোমাৰ আমাৰ অধিকাধিক প্ৰিতি গোট চলি গৈছে। এই জানি তোমাৰ আমাৰ দুই ৰাজ্য কুশলে যেনে ৰূপে ৰহিব, সেই ৰূপে আপুনি নিৰন্ধ কৰি ৰাজ্য লওক, আমাকো দিওক; এই কথা শুনি যে মনে সৰ্ব্ব জনে প্ৰসংসা কৰে, তাকে আচৰিব। সন্দেস দিচিলে, হাতি এটা, ঘোঁৰা চাইটা, আৰু এটা সোনৰ জিন ৰন্ধা ঘোঁৰা। পাচে ৰজা দেৱে এই কথা শুনি পাত্ৰ মন্ত্ৰিৰে আলচ কৰি

কোঁচ ৰজালৈ দিলে, হাতি ২ টা, আৰু এটা কপৰ টাঙ্গি ৰজা। পাচে কোঁচ ৰজাও প্ৰিতি হৈ আপোনাৰ দেশলৈ ভটিয়াই গল। আমাৰো সৈন্যে বনৰ ঠাইৰ পৰা উলটি আহিল।

পাচে আৰুও মেচৰ দিনত কোঁচ ৰজা টেঁপুক পঠাই দিলে। টেঁপুএ আহি দিহিঙ্গত কোঁচ দি ৰলহি। কোঁচ ৰজাও পাচতে আহি ৰলহি; আমাৰ দিহিঙ্গিয়া কঁৰিএ জানি গৰ এৰি ভাগি দখিন পাৰলৈ আহিল। কোঁচ ৰজা তবে নাৱে খেদি আহিল। আমাৰ চাৰিঙ্গ ৰজা, তৱাইখেক বুৰা গোহাঁই, কংঙং বৰ পাত্ৰ গোহাঁই, চুতাং থাংচন, এই সকলে আলচি হাতি ১ টা, সুৰিয়া হেঙ্গদান ১ খন, হিলৈ ১ টা, এই বস্তু দি লেচাই ১ জন, খিংলাং মুংথুকৰ পুতেক ১, এই দুইক কোঁচ ৰজাৰ ঠাইলৈ পঠাই দিলে; ইহঁত দুয়েও কোঁচ ৰজাক এই সন্দেস দিলেগৈ। আমাৰ ঘোঁৰা চোআই কৰলৈ নৌ পাঁওতেই, কোঁচ সকল ভাগিব খুইচিলে, এনেতে ঘোঁৰা চোআই পাট আগ্যাকৈ উলটি আহিল। পাচে আমাৰ মানুহ বৰ নোআৰি; ওমাৰ বাতি গৰ এৰি পলাই আহিল। পিৰোৰলৈ নাট নে চাই ৰজা দেৱে তইথামত সবাকে গোট খুআই, তাৰে পৰা ৰগা পৰ্বত উঠি চৰাই খোৰোঙ্গত থাকিলগৈ। কংতই পৰ্বতত তিনি মাহ আচিলে, কোঁচ ৰজাও আহি পাইমানি বিলৰ কাষৰত থাকিলহি।

পাচে ৰজা দেৱে প্ৰিতিৰ কাৰনে তৱাইখেক বুৰা গোহাঁইক, কোঁচ ৰজাৰ ঠাইলৈ পঠাই দিলে। সন্দেস দিচিলে, সোনৰ কলহ ২ টা, কপৰ কলহ ৪ টা, কপৰ বেলা ১ খন, কপৰ সৰা ১ টা। বুৰা গোহাঁই আহি কোঁচ ৰজাক পাইমানি বিলৰ কাষৰত সন্দেস দি প্ৰিতিৰ কাৰন কলেগৈ। পাচে কোঁচ ৰজা বুলিলে, তৱাইখেক বুৰা গোহাঁই, তুমি উভৈগিৰি ৰজাত এই কথা কবা গৈ, তিনি জনা গোহাঁইৰ পুতেকক দিব, চুংতাঙ্গৰ পুতেকক দিব, থামচেনৰ পুতেকক দিব; মই সকলো বৰ্গি ৰজাৰ ৰাজ্যতে থৈ জাম; এই বুলি বুৰা গোহাঁইক বিদাই দিলে। বুৰা গোহাঁয়ো আহি সকলোকে ৰজা দেৱত জনালেহি। কোঁচ ৰজাও দুইতৰ মাজ্জালিত থাকিলগৈ। সাওনৰ দিনত ৰজা দেৱে নংলাওৰ পুতেক আৰুত্যাং ১, বুৰা গোহাঁইৰ পুতেক ত্যাওতিত ১, বৰ গোহাঁইৰ পুতেক ত্যাওপেত ১, খিমৰতৰ পুতেক লাকো ১, থামচেনৰ পুতেক ১, চুতাঙ্গৰ পুতেক ১, এই সকলক কোঁচৰ ঠাইলৈ বুৰা গোহাঁইৰ হাতত দিলে।

পাচে দিহিঙ্গিয়া ৰজা দেৱৰ জিএক, খোৰা ৰজা দেৱৰ পেহিয়েক, বৰ গোহাঁইৰ ঘৈনি নাংবক্স গাভৰুএ পুতেকৰ লগতে আহি বুলিলে, মোৰ পোক ভাটি ৰাজ্যলৈ কেলেই দিম' কোঁচত কে বৰ হাৰিলি, ৰজা নো কি' ডাঙ্গৰিয়া নো কি' গিৰিএকক বোলে, তই নো কিহৰ বৰ গোহাঁই' ভাল, তইতে জে ৰন হাৰিলি, মই জুধ কৰি চাঁও, তইতৰ টুপি চলা কুনৰিন কুনখা পিন্ধি কোঁচক জুধ কৰোঁ; তিৰোতা নে পুতাপু এতেকে মোক জানিব। তইতে মো সাজ পিন্ধিৰি, এই বুলি গাভৰুএ পুতেক ত্যাওপেতক কাঢ়ি নিলে পাচে বৰ গোহাঁয়ে ৰজা দেৱত কলে, ৰাজ্যৰ নিমিত্তে মোৰ পোকে দিলোঁ, জক। পুনৰ গাভৰুএ বোলে, মোৰ লৰাক কোনে দিব পাৰে? দিখৌ নৈক ৰাক্কি ওভোতাই বোআব পাৰিলেহে মোৰ লৰা দিব পাৰে। পাচে ৰজা দেৱে থঙ্গ কৰি বুলিলে, বৰ গোহাঁইৰ পুতেক জাব নে লাগে, মোৰ ভাই চুগাম কোঁঅৰ জক, এই বুলি ত্যাওচুগামক কোঁচৰ ঠাইলৈ বুৰা গোহাঁইৰ হাতত দিলে। সাওনৰ দিনত বুৰা গোহাঁয়ে গৈ কোঁচ ৰজাৰ ঠাইত সকলো ওল সোধালেগৈ। থামচেনৰ পুতেকক সৰু লৰা বুলি ওলোটাই দি, কোঁঅৰক ভাল কপে ৰখিয়া দিলে; কোঁচ ৰজা আপোনাৰ ৰাজ্যলৈ ভটিয়াই গল।

পাচে চাৰিঙ্গ ৰজা, তৱাইখেক বুৰা গো-

হাঁই, এই দুয়ে কোঁচক ওলক লোধাই উজাই আহি ৰজা দেৰক সপ্রপঞ্চে কলেহি। উজিৰ বামুন ১, তপসি লস্কৰ ১, মালামুল্যা লস্কৰ ১, এই তিনিক কোঁচ ৰজাই উতৰকোলত ৰাজ খোআ পাতি থৈ গল।

লাকনি প্লেকমিত (১৬) সঁকত আঘোনত চৰাই খোৰোঙ্গৰ পৰা ৰজা দেও নগৰলৈ আহি, পাঙ্গৰুআ কোঁঅৰক মাৰিলে। সেই বচৰতে আমাৰ ওল দিয়া চুগাম কোঁঅৰক মুখ্য কৰি সকলো মানুহক কোঁচ ৰজা আমাৰ ৰাজ্যলৈ পঠাই দিলে। পঠোআৰ কাৰন কঁও। এক দিনা প্রতি কোঁচ ৰজাৰ আগত বাত্রা কলেহি; পাচে ৰজা দেৰে ত্যাওকনখামক, ত্যাওতক, এই দুইক পঠাই লাচানগা কচাৰিক ধৰি আনিব দিলে। পাচে দুয়ে গৈ তাক ধৰি আনিলেগৈ। পাচে ইবোৰ জাবৰ সুনি ত্যাওজাইখাম, ত্যাওতিংপুং, এই দুয়ে ৰজা দেৰক দ্রোহ কৰি, ঘাই লুইতৰ পাৰ হৈ বামুন উজিৰৰ ঠাইত সোমালগৈ। এই তিনি কথা একে বচৰতে। পাচে ৰজা দেৰে ত্যাওকনখামক উজনি ফলিয়া ৰাজ্য দিলে। ৰুপ সন্দিকৈ কনখামৰ লগত তিবুৰু মুখত থাকিব দিলেগৈ. পাচে কনখামক দিবুৰু মুখৰ পৰা আনি বুৰা গোহাঁই পাতিলে, তৰাইথেকক বুৰা গোহাঁই ভাঙ্গিলে।

লাকনি কাতকেওত (১৭) সঁকত কাতিৰ দিনত মালামুল্যা লস্কৰে ৰজা দেৰক দ্রোহ কৰি বলৈ আলচিলে। পাচে কোঁচ ৰজা বোলে ভাই চুগাম, পাসা খেলোঁ আহ, এই বুলি পাসা খেলিলে। পাচে চুগাম কোঁঅৰে কুৰি ঢাল পাসা জিকিল, এঢালত জোৰ দহ লাগি আচে। এনেতে কোঁচ ৰজা বোলে, ভাই চুগাম, জদি জোৰ দহ মাৰিব পাৰ, সত্যো সত্যো সত্যে জেই খোজা, তাকে দিম। পাচে চুগাম কোঁঅৰে বিমুখে ঢালি জোৰ দহ পেলালে। পাচে কোঁচ ৰজাই বোলে; মই বচনে ঘাটিলোঁ; মই দিঁও বুলিচোঁ, তই জি খোজ খোজ। পাচে চুগাম কোঁঅৰে বোলে, ভাল; জদি দিবা, মোৰ লগত অহা মানুহে সৈতে মোক আমাৰ ৰাজ্যলৈ পঠাই দিয়া। কোঁচ ৰজাই বোলে, ভাল, বিদাই দিলোঁ; তোমাৰ মানুহে সৈতে জোআ, আৰু মোৰ মানুহ জি জাব কৰিচে, তোমাৰ লগত জক। পাচে চুগাম কোঁঅৰ মানুহে সৈতে উজাই আহি ৰজা দেৰক সেৱা কৰি সপ্রপঞ্চে বাত্রা কলেহি।

পাচে ৰজা দেৰে উজিৰ বামুনকে তপসি লস্কৰকে, এই দুইক মাতি আনি, ই ঠাইতে ৰাখি থৈ, ত্যাংত্যাইৰ পুতেক লাইচুকক পঠাই মালামুল্যা লস্কৰক ধৰি আনিব দিলে; তাৰ লগতে লৰা তিৰোতা ধৰি আনিব দিলে। পাচে সিবোৰেও গৈ লৰা তিৰোতা সহিতে সিইতক ধৰি আনিলে। পাচে উজিৰকে তপসি লস্কৰকে লোআ মেলিলে; মালামুল্যা লস্কৰক কাটিলে। পাচে ৰজা দেৰে আঘোনৰ দিনত তিনি জনা ডাঙ্গৰিয়াক পঠাই চিনাতলিত গৰ বান্ধিব দিলে। আৰু বৰ গোহাঁই পৰিয়া লাংগুনমনাক ৰাজ নেওগ পাতিলে। এনেতে আঘোনৰ দিনত চুটিয়া আহি আমাৰ খেৰেম, নামৰুপ, দুই ৰাজ্য ভাঙ্গিলেহি। পাচে ৰজা দেৰৰ দদায়েক চুলেং তিপাম ৰজা গৈ চুটিয়াৰে জুধ ধৰিলেগৈ; তিপাম ৰজাৰ উঠা হাতিত চুটিয়াই তিনি পাট কাঁৰ লগালত বলে নোআৰে হেন দেখি, তিপাম ৰজা দিহিঙ্গ পাৰ হৈ হুহকি আহিল।

পাচে সেই সময়ত মাঘৰ দিনত পৰন নামে ঢেকেৰি ৰজা জুধ কৰিবলৈ পালেহি। পাচে ৰজা দেৰে এই কথা সুনি চুলেংতিপাম ৰজাকে, তনখাম বৰ গোহাঁইকে, এই দুইক দিখৌ মুখত থাকিব দিলেগৈ। পাচে বুৰা গোহাঁই, বৰ পাত্র গোহাঁই, ৰুপ সন্দিকৈ আনো ডা ডাঙ্গৰিয়া সমস্তে লুইত পাৰ হৈ গৈ ঢেকেৰিৰে মুণ্ড ভগাত জুধ ধৰিলেগৈ। তাতে ঢেকেৰি বিভ্রম পৰিল, বিভ্রম লোক ভাগি গল। ঢেকেৰি ৰজা হাতিত উঠি কোঁচ এৰি জাঁওতে গুলি লাগি হাতি এৰি এৰাই

গল । পিতলিয়া হাতি টঙ্গি ১, সুনিয়া ভও মুনিয়া হেঙ্গদান ২, সোনৰ ফাক মুঠিৰে চুৰি ২, ৰুপৰ বাৰু ১, ৰুপৰ টেমা ১, এই বস্তু ঢেকেৰিৰ হাতিৰ ওপৰত আমাৰ পালে। পাচে ঢেলা ৰজাই গুলি খাই ঘোঁৰাত উঠি পলাই গল, আমাৰ মানুহে পাচে পাচে খেদি গল । পাচে ঢেকেৰি ৰজাই এবাৰ নোআৰে হেন দেখি, ঘোঁ.া এৰি ৰাতি এথনি নাৰত উঠি পলাই গল । পাচে আমাৰ মানুহে কোঁচৰ হাতি ঘোঁৰা অস্ত্র সস্ত্র বিস্তৰ পালে; পাচে ৰজা দেৱে ফাগুনৰ দিনত বৰ গোহাঁইকে, বৰ পাত্র গোহাঁইকে, বুৰা গোহাঁইকে, ৰুপ সন্দি-কৈকে, ঢেকেৰিৰ ঢেলা ৰজাক ধৰিব দিলে গৈ । পাচে চাৰিও গৈ ঢেলা ৰজাক ধৰি আনি ৰজা দেৱৰ ঠাইত দিলেহি । পুনৰ কোঁচৰ টেপু নামে বৰ বৰুআ এটা সাওনৰ দিনত নুইতে উজাই আহি ভাদ আহিন দুমাহ নুইতৰ কোসত আচিলে । লাকনি ধুতজোও (১৭) সঁকত কাতিৰ দিনত ৰজা দেৱে ভাঙ্গৰিয়া সকলেৰে গৈ নুইতৰ কোসত টেপুক জুধ ধৰিলেগৈ । পাচে তাৰ লোক জন বহুত পৰিল, কেতবোৰ ভাগি পলাল, টেপুও পলাল; তাৰ লগৰ মোহন লস্কৰক ধৰি আনিলে; তাৰ বৰ নাও অস্ত্র সস্ত্র অন্যো বস্তু বিস্তৰ পালে ।

চেপ্তেম্বৰৰ অৰুনোদইত লিখা সাঁথৰৰ উত্তৰ ।

১, আলি বাট । ২, কুঠাৰ । ৩, ভোট মৰিচ । ৪, আঁঠুআ । ৫, চালনি । ৬, সুর্জ আৰু পানি । ৭, মিচা মাচ । ৮, বাঁহ । ৯, খুৰ । ১০, খৰম । ১১, বচৰ । ১২, ঘণ্টা । ১৩, জোৰ তামোল ।



## অনেক দেসৰ সম্বাদ ।

Journal of Events.

এই সিৱসাগৰৰ দিখৌ নদিৰ সি পাৰে হাতিখোৱৰ চাদৰৰ নামেৰে গৰিয়াৰ ঘৰত কেও ন থকাত ১৪ অক্টোবৰৰ দিনা দিনতে ২ ৰজা মান বেলিকা ঘৰত চোৰ সোমাই বটালিৰে তাৰ পেৰা ফালি কাপৰ কানি একো নি নি মুঠে ১৫৩৪॥ টকাৰ সোনৰ ৰুপৰ অলঙ্কাৰ নিলে । পাচে গধুলি গিৰিহঁত গৈ এই দুর্দসা দেখি থানাত কোআত থানাৰ আমোলাই বিচাৰ কৰি তাৰ নিচেই ওচৰৰে ফিৰদাস বুলি এটাক অনেক সোভাতে ধৰি বিচাৰ কর্ত্তাৰ গুৰিলৈ পঠাইচে। আৰু ৪ দিন মানৰ মুৰত তাৰ ঘৰৰ ভেটি খনাত ১৬ টকা দামৰ ৰুপৰ চন্দ্রহাৰ এডালো ওলাইচে। আৰু চুৰ কৰিবৰ দিনা গধুলি ফিৰদাস অপ-ৰাধি জি খন হাবিৰ পৰা গধুলি ওলাই আহিচিল, সেই দিস ধৰি হাবিএ হাবিএ বি-চৰাত ঠায়ে ঠায়ে ৰুপ সোন আৰু খাৰু মনি ৮০০ । ৯০০ টকাৰ মাল পাইচে ।

চেপ্তেম্বৰ মাহৰ অৰুনোদইত্ত লিখা গৈচিল, গোলাঘাটৰ কাচাৰিৰ গুৰিত ধনি চুটিয়াক ধুঁচি মৰাৰ বাবে সদৰৰ হুকুম অনুসৰি নো-মল চুটিয়াক ২৯ নৱেম্বৰ তাৰিখে ৮ ৰজাৰ সময়ত ফাঁচিৰ দোআৰাই এই সিৱসাগৰতে প্রান দণ্ড কৰিব ।

কোনো কালে নে দেখা নু সুনা বস্তু ১৭-৭৩ সঁকৰ চাৰি কার্ত্তিক ১৯ অক্টোবৰত দেখা হল । মচলমানৰ মৰিয়া হাজৰকিয়াই ধুঁটিৰ পৰা এটা মহ পোআলিৰ নাক চকু জিবা থকা মুৰ এটা, কিন্তু কান চাৰি খন, দু খন মাজ মুৰত, কঁকালৰ পৰা দুটা, নেজ দু গচ, ভৰি ৮ টা, এইটো মহ আনি সিৱসাগৰৰ কাচাৰি ঘৰত চাহাব লোকক দেখালত অনে-কে চাইচিল ।

২৩ অক্টোবৰ বিৱচতি বাৰত কলিকতাৰ ওচৰৰ দেস আৰু সাগৰতো অতিসই বৰ ধুমুহা বতাহ মাৰি ভালেমান জাহাজ চৌৱেৰে

ভাঙ্গিলে। বঙ্গালি নামে এখন জাহাজ নিচেই নষ্ট হল, কিন্তু তাৰ মানুহবোৰ আন জাহাজত উঠি ৰক্ষা পৰিল। আন আন ঠাইতো বহু জাহাজ ভগাৰ কথা কৈচে।

বম্বাই নগৰত দুজন পাৰ্চি লোকে মচলমান ধৰম লোআত, এজন পাৰ্চি সম্পাদকে মচলমানৰ অহিতে অনেক কথা লিখিলে; তাতে সিহঁতৰ হেজাৰ হেজাৰ মানুহ গোট খাই পাৰ্চিবিলাকৰ ঘৰ দুআৰ লুট কৰি ভাঙ্গিবলৈ ধৰিলে। এই দৰে ৰব হুৰা মুৰা হলত মাজেষ্টৰ চাহাবে পুলিচৰ বৰকন্দাজে সৈতে গৈ ৮৫ জন মানুহক ধৰিলে। আৰু সেই জুঁজত ১৬ জন মানুহ খুন হল।

মলমাইন নগৰত ২০ জন কইদি লোকে ভাপ জাহাজত লাগ মাটি লক নাৱেৰে ভৰাই থাকোঁতে অকস্মিতে সেই নাও লৈ নদি পাৰ হৈ মান দেসলৈ জাবলৈ ধৰিলে। এনে সময়ত দাৰোগাই সিইতৰ এটা গুলিয়াই মাৰি পাচে পিয়দাবোৰে সৈতে আন নাৱত উঠি, সিইতক খেদি গল। পাচে কইদিৰ নাৱৰ ওচৰ পাই পিয়দাবোৰে দাৰোগাৰ হুকুম নো পোআকৈ গুলিয়াবলৈ ধৰিলে, আৰু বামলৈ আহিলত পুলিচৰ লোকেও সিইতক আক্ৰমন কৰিলে। মুঠে ১৪। ১৫ জন কইদি মাৰিলে।

চুক সমুদ্ৰৰ দাতিত আদেন নগৰত থকা ইঙ্গৰাজি সেনাৰে সৈতে আৰব আদি বাসি লোকে বাৰে বাৰে কাঁজিয়া কৰি সেসত কাপ্তান মিলন চাহাবক বধ কৰিলে। সেই কথা সুনি প্ৰতিফল দিবৰ নিমিত্তে গবৰ্নমেন্তে বম্বাই নগৰৰ পৰা দুই ভাপ জাহাজ আৰু ২০০০ সেনা তালৈ পঠাই দিচে।

ত্ৰিৰামপুৰত থকা ৰামৰত্ন গোসাঁই জমিনদাৰক কোনো মানুহে গাঁৱত এটা জুধ হৈচে বুলি মাতিলত জমিনদাৰে গৈ তাক মিচা বুজি ৰাতি সেই গাঁৱত থাকিল। তাতে নিসাত কোনো লোকে ঘৰত সোমাই জমিনদাৰক মাৰি উলিয়াই এখান পথাৰত পুতিলে। ক্ৰমে ক্ৰমে সেই কথা সুনি তেঁওৰ এজন মিত্তিয়ে বিচাৰি স পালে, আৰু সেসত বধ কৰাবোৰক ধৰি বিচাৰ কৰ্ত্তাৰ হাতত সোধাই দিলে।

কলিকতাৰ কোঁঠৰ ভিতৰলৈ চাসাপ আনিবলৈ নিসেধ হোআত কটিকা খোআ গোৰা লোকে গুপুতকৈ নানিলে নে পাই। কোঁঠৰ দুআৰত থকা চন্তৰিএ এজনি তিৰোতা মানুহে কোনত লৰা লৈ ঘনে ঘনে অহা জোআ কৰিবৰ দেখিলে; তাইৰ লৰা দিঘল বিহা মেখেলা আদিৰে পিন্ধা হৈচিল, কিন্তু ন কন্দা ন মতাত চন্তৰি বিস্মই মানি চাব খুজিলে; তাতে মাকে চাবলৈ নি দিলে। পাচে চন্তৰিএ তাইক এৰি নি দি বলেৰে চাই, হাত ভৰি সকলোএ সৈতে এটা বগি তামৰ লৰা পালে: আৰু তাৰ গাত এটা বিন্ধা দেখা পাই তাক মুকলি কৰি চাই চাৰাপেৰে ভৰা হোআ দেখিলে; এই কথা কলিকতাৰ সমাচাৰ পত্ৰত লিখা আছে।

মহা দৰ্সনত জি খেহ লোকে আপোনাক মান্দাৰিন বিসয়া বুলিলে, সি একো বিসয়া ন হই, সামান্য মানুহ বুলি খেহৰ সমাচাৰ পত্ৰত লিখিচে।

শ্ৰীযুত বিটন নামে জি জন দুঅলিয়া বৰ চাহাবে কলিকতাত চোআলিৰ পঢ়া সালি এখন ধন দি পাতিলে, তেঁও মৃত্যু হল। তেঁও মৰাৰ কাৰনে গবৰ্নৰ জেনৰল লৰ্ড চাহাবে সেই পঢ়া সালি ধন দি পালন কৰিম বুলি কৈচে। আৰু মৃত্যু হোআ ৰজা কিষ্টনাথৰ ভাৰ্য্যা শ্ৰীমতি স্বৰ্নমই ৰানিএ চোআলিক সিকাৱৰ নিমিত্তে এহেজাৰ ৰূপ দিচে।

বঙ্গাল দেসৰ কম্পানিৰ ফৌজত গোৰা চিপাহি ২৭,৮৯৩, হিন্দুস্থানি চিপাহি ১,৩৯,৪০৬, আৰু বৰ তোপ ২২৫ টা আছে।

খেহ দেসৰ স্যাংহাই নগৰৰ মানুহে ইঙ্গৰাজিএ সৈতে বিৰোধ হৈ, নগৰৰ ঠায়ে ঠায়ে এই কথা ভুলাপাতত লিখি ঘৰৰ বাৰত লগাই লগাই থলে। হেৰ দিন লগা

মেলেচ! হেৰ থিন লগা মেলেচ! তইংতে আৰ্চিত জাপোনাৰ মুখ চা। মুখে কথা কব পাৰ, পহুত চাই তইংতৰ এইমান ভেদ আচে, সি দিকিলৈ একো ভেদ নাই। এই দেসৰ লোকে তইংতক বুজিব কথা, নিতি, কানুনৰ মতে কই, কিন্তু তইংতে তাক নে জান; তইংতৰ আটাইবে মুৰ কাটি নষ্ট কৰিবৰ উপাইহে আচে আৰু।

সমাচাৰ দৰ্পনে খেহৰ এই উপমা দিচে। সকত ভতৰা পুখুৰি পাৰত চৰি আচে; সৰু কুকুৰলৈ চোআচোন, ভৰিবে জঁপিয়াই কেনেকৈ ভেও দিএ, ভৌ ভৌ কৰি ভতৰাক বেৰি ধৰি খেদে, কিন্তু ভতৰাই নে মানি চৰি থাকে। সেলত কুকুৰে সাহ পাই বৰকৈ জঁপিয়াই ভতৰাৰ নাকত ধৰাত সিঙ্গ পেটে সুমাই পুখুৰিলৈ পেলাই অন্ত কৰে।

খেহ দেসৰ পৰা বাত্ৰা আহিচে, তিএৱেহ নামে ৰাজ দ্ৰোহ কৰা সেনাপতিএ কোআংচি প্ৰদেস ললে, আৰু আপোন নামেৰে ৰূপ মোহৰ মাৰিচে।

ইংলণ্ডৰ মহা ৰানিৰ ৬৭১ ৰনুআ জাহাজ আচে; তাৰ মাজত ১৭৮ ভাপ জাহাজ হৈচে। কেতবিলাকৰ ১২০। ১২০ বৰ টোপ আচে। জাহাজৰ কাম কৰা প্ৰাই ৫০,০০০ মানুহ আচে, আৰু জাহাজৰ ৰনুআ ১৩,০০০।

আমেৰিকা মিল দেসৰ ভিতৰত নাও জাবলৈ খনা নদিবিলাক আচে, মুঠে সকলোবোৰ ৫০০০ মাইল দিঘল। খানিবলৈ খৰচ হল ৩১,০০,০০,০০০ টকা। আৰু ভাপ ৰথ জাবলৈ ১০,২৮৯ মাইল ৰেল ডাঙ্গ পাতি আচে; তাৰ খৰচ ১৩,৩৪,০০,০০০। আন আন ঠাইত ৫,৭৬২ মাইলৰ ৰেল পাতিবলৈ আৰম্ভন কৰিচে। ইলেকট্ৰিক টেলেগ্ৰাফ ১৫,০০০ মাইল। ৰাজ কৰ খাজনা মুঠে ৯,৫১,৬০,০০০ টকা; জাহাজেৰে অনা বস্তুৰ দাম ৩৮,৭২,৩৫,৪৫০ টকা; আন দেসত ( চিবলৈ জাহাজে নিয়া বস্তুৰ দাম ৩২,৩৬,৭০,০০০। আমেৰিকা মিল দে ৰ মানুহৰ সংখ্যা ২,৪২,৬৭ ৮৮।

চান ফ্ৰান্সিস্কো নগৰৰ নিবাসিস্লোক ৩৫,০০০ হৈচে। ১৮৫০ সনৰ বচৰত তালৈ জোআ জাহাজ ১,৭৪৩, ওলাই জোআ জাহাজ ১,৪৬১ হৈছিল। সেই বচৰত তাৰ পৰা জাহাজত নিয়া সোনৰ দাম ৮,৪০,০০,০০০ টকা। সেই দেসৰ সাগৰৰ দাঁতিত ফুৰা ভাপ জাহাজ ১৬ খন অহা জোআ কৰিচে; আৰু নদিতে ফুৰা ভাপ জাহাজ ৪৭ খন আচে।

লোপেজ নামে কুবা দিপৰ এক সেনাপতিএ অধিকাৰলৈ দ্ৰোহ পাতি আমেৰিকালৈ গৈ কোনো কোনো সেনা ভুলাই আনি বস কৰিবলৈ ধৰিলে। কিন্তু পাচে ধৰা পৰাত তাক জন্ত্ৰেৰে ডিঙ্গি চেপি মাৰিলে, আৰু তাৰ লগৰ পঞ্চাস মান আমেৰিকাৰ মানুহকো গুলিয়াই মাৰিলে। ॥

## নৱেম্বৰ, অৰ্থাত আঘোনৰ পঞ্জিকা।

**Almanac for November, 1851.**

| নবেম্বৰ | কাতি | বাৰ | তিথি | দিনমান | নবেম্বৰ | আঘোন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৬ | ৭ | ৮ | ১১।০ | ১৬ | ১ | ১ | ২৩ | ১০।৪০ |
| | | | | | ১৭ | ২ | ২ | ২৪ | ১০।৩৯ |
| ২ | ১৭ | ১ | ৯ | ১০।৫৯ | ১৮ | ৩ | ৩ | ২৫ | ১০।৩৮ |
| ৩ | ১৮ | ২ | ১০ | ১০।৫৮ | ১৯ | ৪ | ৪ | ২৬ | ১০।৩৬ |
| ৪ | ১৯ | ৩ | ১১ | ১০।৫৬ | ২০ | ৫ | ৫ | ২৭ | ১০।৩৫ |
| ৫ | ২০ | ৪ | ১২ | ১০।৫৫ | ২১ | ৬ | ৬ | ২৮ | ১০।৩৪ |
| ৬ | ২১ | ৫ | ১৩ | ১০।৫৪ | ২২ | ৭ | ৭ | ২৯ | ১০।৩৩ |
| ৭ | ২২ | ৬ | ১৪ | ১০।৫২ | | | | | |
| ৮ | ২৩ | ৭ | ১৫ | ১০।৫০ | ২৩ | ৮ | ১ | ৩০ | ১০।৩২ |
| | | | | | ২৪ | ৯ | ২ | ১ | ১০।৩২ |
| ৯ | ২৪ | ১ | ১৬ | ১০।৪৮ | ২৫ | ১০ | ৩ | ২ | ১০।৩১ |
| ১০ | ২৫ | ২ | ১৭ | ১০।৪৭ | ২৬ | ১১ | ৪ | ৩ | ১০।৩০ |
| ১১ | ২৬ | ৩ | ১৮ | ১০।৪৬ | ২৭ | ১২ | ৫ | ৪ | ১০।২৯ |
| ১২ | ২৭ | ৪ | ১৯ | ১০।৪৪ | ২৮ | ১৩ | ৬ | ৫ | ১০।২৮ |
| ১৩ | ২৮ | ৫ | ২০ | ১০।৪৩ | ২৯ | ১৪ | ৭ | ৬ | ১০।২৭ |
| ১৪ | ২৯ | ৬ | ২১ | ১০।৪২ | | | | | |
| ১৫ | ৩০ | ৭ | ২২ | ১০।৪১ | ৩০ | ১৫ | ১ | ৭ | ১০।২৬ |

পুনিমা ৯ দিনৰ ৫। ৩৯ পুআ। অমাৱস্যা ২৩ দিনৰ ৮। ১৪ পুআ।

THE ORUNUDOI,
*Printed and Published by* O. T. Cutter, *at the Sibsagor Mission Press.*—N. Brown, *Editor.*

# অৰুনোদই

৬ বচৰ। মোং সিৱসাগৰ, নৱেম্বৰ, ১৮৫১। নম্বৰ ১১।

VOL. VI. SIBSAGOR, ASAM, NOVEMBER, 1851. NO. 11.

## আমেৰিকা মিল দেসৰ পুৱ ভাগৰ বিৱৰন।

Geography of the Atlantic States

আমেৰিকা মিল দেসত উত্তৰে দখিনে জোৱা ৰকি, আলিগেনি, এই দু সাৰি পৰ্ব্বত আছে, সেই পৰ্ব্বতৰ দোআৰাই দেস তিনি ভাগ কৰা হৈছে। পুৱ ফালে আলিগেনি পৰ্ব্বত সাৰি ৯০০ মাইলৰ দিঘলে আছে; কোনো কোনো ঠাইতে প্ৰাই ৪০০০ হাত ওখ। সেই পৰ্ব্বতৰ পুৱ ফালে জি প্ৰদেস আছে, সেইবিলাক মিল দেসৰ প্ৰথম ভাগ, আটলান্তিক সাগৰৰ দাঁতিত থাকে। ২০০ বচৰৰ আগেয়ে সেই সকলো ঠাই হাবি, আৰু মাজে মাজে আদি বাসি আবৰ লোকে গচনিত ফুৰি চিকাৰ কৰি মাচ আৰু পহুৰ মঙ্গহ খাই আছিল। সেই জাতি লোক তাম ৰৰনিয়া; চুলি দিঘল, কলা, গালৰ হনু ওখ, চকু খাল; ডাঁৰি উঘালি থকাত প্ৰায়ে নাই কিয়া হৈছে। সিইঁতৰ কাই পোন, কুঁজা আৰু নিৰ্ব্বলি মানুহ প্ৰায়ে নাই, সৱিল টান, কিন্তু ভিৰাল ন হই। সিইঁতৰ গা টান কৰিবৰ নিমিত্তে ভেকা কালত মতাবোৰে আপোনাক বৰ দুখ দিএ; আৰু সিইঁতে একো দুখ নে মানে। ৰন কৰিবলৈ সহজ কৰে; নগাই জেনেকৈ মুৰ কাটি ৰাখে, তেনেকৈ সিইঁতেও সত্ৰুৰ মুৰৰ চাল চুলিএ সৈতে কাটি সুকাই ৰাখি তাক বৰ মৰ্জ্জতা মানে। ৰনত বৰ নিৰ্দ্দয়া; কোনো সত্ৰুক জিয়াই ধৰিলে, তাক অনেক ভাৱে সাস্তি কৰি কৰি মাৰে। আৰু জিটোএ সাস্তি খাই, সিও তাক নে মানি সাহ দি সিইঁতক বোলে, তইঁতে সাস্তি কৰিব নে জান, মোৰ নখ বল দি উভাল, বা চালত সলা মাৰি তাত জুই লগা, নাইবা চকু কাৰ্হি ল, তেহে কিচু দুখ দিব পাৰ কি চাৰ, এই ৰুপে সিইঁতক হাঁহি সাস্তি কৰিবলৈ সিকাই। সিইঁতে সত্ৰুক কেতিয়াবা জুইৰে পোৰে, কেতিয়াবা হেজাৰ কাঁৰেৰে কঁৰিয়াই, কেতিয়াবা নাৰি এডোখৰ উলিয়াই জৰিৰে গচত বান্ধি, পাচে সেই গচত ঘুৰি নাৰি সেৰাবলৈ তাক চাবুকেৰে কোবাই খেদি থাকে। ৰন কৰোঁতে সিইঁতে লৰা তিৰোঁতাকো মাৰে। সিইঁতৰ তিৰোতাইহে সকলো কাম কৰে, মতাই ন কৰে। গোম ধানৰ বাহিৰে প্ৰায়ে একো খেতি ন কৰে। সিইঁতে কোনো অধিকাৰৰ বস ন হই; ফৈদে ফৈদে গাম আছে, সেইবিলাকে ৰন কৰিবলৈ আলচ



Aborigines of North America.

দিব পাৰে মাখোন। কোনোএ জদি লোকক বধ কৰে, তেন্তে মৰাটিৰ গিয়াতিএ বধ কৰোঁতাক নে মাৰে মানে চল চাই থাকিব। সিহঁতৰ মাই দুজাত আচে, আল্‌গং্কুইন আৰু দাকটা। দাকটাবোৰ মিচিচিপি নদিৰ ওচৰত থাকে; আল্‌গং্কুইনবোৰ আগেয়ে আট্‌লন্তিকৰ দাঁতিত ফৈদে ফৈদে অনেক আচিল; এতিয়া তাত নাই, বগা লোকে সৈতে ৰন কৰি প্ৰায়ে ঢুকাল, সেস জি থাকিল, সেইবোৰেও পচিম হাবিলৈ গল।

আমেৰিকাৰ আদি বাসি লোক সকলোএ এজন ইশ্বৰ আচে বুলি জানে, আৰু জিৱাত্মাৰ অনন্ত আয়ুস আচে, ইয়াকো বিশ্বাস কৰে। ইশ্বৰে জি ভাল দেখে, তাকে তেঁও অৱসে্য কৰিব, এনেকৈ ভাবি সিহঁতে প্ৰাৰ্থনা ন কৰে। আৰু ইশ্বৰৰ বাহিৰে আন দেৱতা আচে, বিসেসকৈ সুৰ্জ আৰু চন্দ্ৰ মণ্ডলত দুজন প্ৰধান দেৱতা থাকে বুলি মানে। সকলো সাপত বিসেসকৈ জুনুকা বজোআ ডাইল সাপত দেৱতাৰ গুন সক্তি থকা জেন বুজি কোনো সাপ নে মাৰে। মায়াপি কৰমো কৰে। সিহঁতৰ বেজে ঔসধৰ জোলোঙ্গা লৈ তাৰ ভিতৰত মৰাৰ হাৰ, চৰাইৰ পাখি, এনে জেঙ্গ জাবৰ ভৰাই নিএ। দেৱতাৰ নিমিত্তে ধঁপাত, ফটা কানি আৰু আন আন বস্তু সিলৰ ওপৰত দি থই।

কলম্বচৰ দোআৰাই পচিম দিপ ১৪৯২ সঁকত দৰ্সন পালে, আৰু তাৰ পাচে ইস্পানিয়াৰ অনেক সেনাপতি আৰু ৰনুআ লোকে মেকৃচিকো আৰু পিৰু দেসলৈ গল; কিন্তু উত্তৰ ফালে ১৬০০ সঁকৰ আগেয়ে ইউৰপৰ কোনো লোকেও নিবাস কৰিবলৈ ন হল। ১৪৯৩ সঁকত ৰুমিয়া ৰজাই উত্তৰ আমেৰিকা গোটেই খনক ইস্পানিয়াৰ তল কৰিলে। পাচে ইঙ্গৰাজিএ পাপাঁৰ ধৰম ন প্ৰবৰ্ত্তাৰ কাৰনে সিবিলাকক তাত থাকিবলৈ নিবাৰন কৰিব খুজিলে। ৰুমিয়া ধৰম থাপন কৰিবলৈ চাৰি বেলি সেনা সেনাপতি পাদুৰিবিলাকে সৈতে আমেৰিকালৈ পঠালে, কিন্তু সিবিলাকৰ স্ৰুম বিফল। ১৫৩৯ সঁকত হৰ্নান্দো দিচোতো নামে এজন বৰ লোকে ৯০০ মানুহে সৈতে গৈ ফলৰিদা দেসত সোমাই মিচিচিপি নদিলৈকে গল; পাচে সেই নদি তাৰ মৈদাম হল, তাৰ লগৰ মানুহো নৰিয়া আৰু ৰনত মৰি একো কাৰ্জ্জ সাধিব নোআৰিলে।

১৬০৭ সঁকত ইঙ্গলণ্ডৰ পৰা প্ৰবাসি এস জন লোক গৈ বৰ্জিনিয়া নামে এক দেস পাতিব ধৰিলে। এঁকাল আৰু দুখৰ দোআৰাই এবচৰৰ ভিতৰত সিবিলাকৰ ৬২ জন মৰিল। দুই বচৰৰ পাচে নতুনকৈ অহাবিলাকেৰে সৈতে সিবিলাকৰ ৫০০ মানুহ হল; কিন্তু তাৰ পাচে এঁকাল হোআত ৬ মাহৰ মুৰত সকলোৰে মাজত কেৱল ৬০ তিনি কুৰি মানুহ জিয়াই আচিল। পাচে আন মানুহ গৈ থকাত ক্ৰমেৰে সিহঁতৰ সংখ্যা বাঢ়িল। প্ৰায়ে মতাবিলাকহে গৈচিল, তিৰোতা মানুহ তাকৰ; সেই কাৰনে ১৬২০ সঁকত ৯০ জনি গাভৰু চোআলিক ইংলণ্ডৰ পৰা আনি গ্ৰিহস্থ লোকক চোআলিএ পতি ৫০ সেৰৰ পৰা ৭৫ সেৰ ধঁপাতলৈকে দাম কৰি বেচিলে।

বৰ্জিনিয়া দেসত প্ৰবাস কৰিবৰ পাচত ইঙ্গলণ্ডৰ কোনো কোনো খ্ৰিষ্টিয়ান মানুহে ৰাজ ধৰম ন প্ৰৱৰ্তাত অধিকাৰবিলাকৰ পৰা বহু দুখ পোআৰ কাৰনে জাহাজত উঠি প্ৰথমতে জৰ্মানি দেসলৈ পলাই গল। তাতে ঠাই ভাল নো পোআত ইঙ্গলণ্ডলৈ উভতি আহিল। পাচে আমেৰিকালৈ জাবৰ নিমিত্তে ৰজাৰ হুকুম প্ৰাৰ্থনা কৰি পাই, ১০২ জন জাত্ৰিকে জাহাজত উঠি হদচন নদিত সোমাবৰ ইচাৰে পাৰ হৈ গল, কিন্তু তাৰ উত্তৰ পোনে মাচাচুচিত দেসত বাম পালে। তেতিয়া জাৰ কালি হই, আৰু খোআ বস্তু নে পাই দুখ নৰিয়া হোআৰ কাৰনে এবচৰৰ ভিতৰত সেই মানুহৰ আধা ভাগ মান মৰিল। পাচে সিবিলাকৰ ঠাইলৈ আন আন মানুহে ধৰমৰ কাৰনে জোআত সেই মাচাচুচিত নামে এখন ভাল দেস পাতিলে।



View of the City Hall, New York.

নুয়র্ক দেসত ১৬১৪ সকত জর্মানি লোকে প্রথমে নিবাস কৰিলে; পাচে ১৬৬৪ সকত ইঙ্গৰাজিও তালৈ গৈ নগৰ আৰু দেস পাতিলে। সেই নুয়র্ক নগৰ হদ্চন নদিৰ মুখত থকা এক মাকুলিত পতা হৈছে। সেই নগৰৰ নিবাসি এতিয়া ৬,০০,০০০ হৈছে। নগৰৰ মানুহে সংসাৰিক কৰমত গোট খাবলৈ জি পকি ঘৰ নগৰৰ মাজত আছে, তাৰ নকচা ওপৰত লিখিলোঁ।

১৬৬৩ সকত কেতবিলাক ৰোমান কাথলিক লোক গৈ মেৰিলণ্ড নামে এখন দেস পাতিলে। আৰু উলিয়ম পেন নামে এজন বৰ লোকে পেন্সিলবেনিয়া নামে আন এখন দেস থাপন কৰিলে; তাৰ ৰাজ নগৰ ফিলাদেল্‌ফিয়া। সেই চাহাৰ আৰু নগৰ মানুহ থৰমি হোআত আদি বাসিএ সৈতে সদাই মিল হৈ আছিল; সিইঁতৰ মাটি ধন দি কিনিলে, আৰু ৰন কেতিয়াও ন কৰে।

সেই প্রদেসবিলাক বাহিঁ গলত সিবিলাকৰ আপোন আপোন ৰাজ মেল হৈছিল, কিন্তু খাই অধিকাৰবিলাকক হলে ইঙ্গলণ্ডৰ ৰজাইহে পাতে। পাচে প্রদেসৰ ৰাজ মেল সকলোএ মান্তি নো হোআতো ইঙ্গলণ্ডৰ ৰাজ মেলে কৰ তুলিবলৈ ধৰাত কাঁজিয়া লাগি অনেক ৰন বিগ্রহ হই। পাচে নুহেম্‌স্যিৰ, মাচাচুচিত, ৰদাইলণ্ড, কনেতিকত, নুয়র্ক, নুজর্চি, পেন্সিল্‌বেনিয়া, দেলোএৰ, মেৰিলণ্ড, বর্জিনিয়া, নর্ত কেৰলাইনা, চাওত কেৰলাইনা, জর্জিয়া, এই ১৩ খন প্রদেসৰ পাঁচনিবিলাকে গোট খাই মেল কৰি ১৭৭৬ সকৰ ৪ জুলাই তাৰিখত আমেৰিকা নামে এখন মিল দেস পাতিলে; আৰু ইঙ্গলণ্ডৰ ফৌজে সৈতে ৰন কৰিবলৈ জর্জ ওআসিং্টন নামে এজন চাহাবক প্রধান সেনাপতি পাতিলে। এই ৰূপে ৬।৭ বচৰলৈকে অনেক জুধ ৰগাৰ হোআত দুই ফালে বহু মানুহ মৰিল। ১৭৮২ সকত ইঙ্গলণ্ডৰ মহা ৰজাই সিবিলাকেৰে মিল কৰি বেলেগ দেস পাতিবলৈ এৰি দিলে। সেই ৰনত আমেৰিকাৰ খৰচ প্রায়ে ৩০,০০,০০,০০০ ত্রিচ কোটি টকা।

আমেৰিকা লোকে ৰজা নে পাতে, কিন্তু প্রেচিদেন্ত নামে ৪।৪ বচৰলৈ নকৈ দেসাধিকাৰ বাচি লই; ৰাইজ লোকে অতি ভাল পালে কোনো কোনো অধিকাৰক আৰু চাৰি বচৰলৈকে ৰাখে। ১৭৮৯ সকত প্রথমতে দেসাধিকাৰ পাতিবলৈ ধৰিলে। তাৰ পৰা এতিয়ালৈকে এই এই দেসাধিকাৰৰ নাম।

| দেসাধিকাৰ | ৰাজ প্রাপ্ত সক | ভোগ |
|---|---|---|
| জর্জ ওআসিং্টন | ১৭৮৯ | ৮ |
| জন এডমচ | ১৭৯৭ | ৪ |
| তমচ জেফর্চন | ১৮০১ | ৮ |
| জেম্‌চ মেডিচন | ১৮০৯ | ৮ |
| জেম্‌চ মনৰো | ১৮১৭ | ৮ |
| জন কুইঞ্চি এডমচ | ১৮২৫ | ৪ |
| এণ্ড্রু জেক্‌চন | ১৮২৯ | ৮ |
| মার্তিন বেন বিউৰেন | ১৮৩৭ | ৪ |
| উলিয়ম হেনৰি হেৰিচন | ১৮৪১ | মৰিল |
| জন টাইলৰ | ১৮৪১ | ৪ |
| জেম্‌চ নক্স পোল্ক | ১৮৪৫ | ৪ |
| জেকেৰি টেইলৰ | ১৮৪৯ | মৰিল |
| মিলর্দ ফিল্‌মোৰ | ১৮৫০ | |

আমেৰিকা দেসত একো ৰাজ ধৰম থাপন কৰা নাই, কিন্তু আপোন আপোন মনে জি ধৰম স্বৰূপ জানে, সেই ধৰমৰ দৰে ঈশ্বৰক

সেৱা কৰে। প্ৰাই সকলো মানুহ খ্ৰিষ্টিয়ান; মেথদিষ্ট, বাপ্তিষ্ট, প্ৰেচ্‌বিতিৰিয়ান, ইপিস্কপেলিয়ান, ৰোমান কাথলিক, এই কেই বিধ মতৰ মানুহ সৰহ।

আট্‌লান্তিক সাগৰত পৰা নদি অনেক আচে। কনেতিকত নৈ হিম পৰ্ব্বতৰ পৰা ওলাই বৰ্ম্মণ্ট আৰু নুহেম্‌স্যিৰক বেলেগ কৰি মাচাচুচিত আৰু কনেতিকত দেসৰ মাজে দি সাগৰলৈ বৈ জাই। সেই নদি ৪১১ মাইলৰ দিঘল। নুয়ৰ্ক প্ৰদেসত হদ্‌চন নদি, তাৰ দিঘ ৩০০ মাইল; ইয়াৰ দখিনে দেলোএৰ, চস্কুইহেনা, পতোমক, জেমচ, ৰৌনোক, ইয়াদকিন, চান্তি, চাবানা, আল্‌তমহা, এই সকলো নদি দখিন পুবলৈ গৈ সাগৰত পৰে। পতৌমক নদিত ওআসিং্‌তন নামে গোটেই খন দেসৰ ৰাজ নগৰ আচে, সকলো প্ৰদেসৰ পৰা মেলুআইক বাচি লৈ তালৈ পঠাই। সেই নগৰ অতি ডাঙ্গৰ নহই, কিন্তু নুয়ৰ্ক, বস্তন, ফিলাদেল্‌ফিয়া, বল্‌তিমোৰ, চাৰ্লষ্টন চাবানা, এইবিলাক নগৰ প্ৰধান।



Scenery on the North American Lakes.

বৰ্জিনিয়া, জৰ্জিয়া আদি দখিন প্ৰদেসত বৰ গৰম; তাতে কুহিয়াৰ, গোম ধান, ধঁপাত, কপাহ, এইবিলাক আৰ্জিবলৈ কলা আফ্ৰিকান মানুহ বন্দি কৰি ৰাখে; কিন্তু উত্তৰ প্ৰদেসবিলাকত বন্দি ৰখা অনুচিত দেখি বগা মানুহে আপুনি খেতি কাম কৰে। সিবিলাকৰ দেস ভাল, চেঁচা, কোনো ঠাইত পৰ্ব্বত আৰু বৰ জাৰ থাকে। উত্তৰ সিমাত বৰ বৰ সৰোবৰ আচে, তাত বাজে চেম্‌প্লেন আৰু জৰ্জ নামে দুখন অতি সুন্দৰ সৰোবৰ নুয়ৰ্ক প্ৰদেসৰ পুব ফালে থাকে, আৰু মাজ ঠাইতো ৬। ৭ খন মনোহৰ সৰু সৰোবৰো আচে; তাৰ দাঁতিত হাবি কাটি নগৰ গাঁও আলি চিকন ৰূপেৰে পাতে। নৈকে কৰা এনে গাঁৱৰ নকচা ওপৰত লিখা আচে। তাতে নৈকে সৰু ঘৰ আৰু অনেক জাহাজ দেখা জাই।

## য়িৰুচালমলৈ পৌলৰ প্ৰথম জাত্ৰা ।

Paul's First Visit to Jerusalem.

তেতিয়া তেঁও প্ৰথম বেলি য়িৰুচালম নগৰত পিতৰক দেখা পাবৰ নিমিত্তে গল; কিন্তু তাত পিতৰ আৰু প্ৰভুৰ ভাই য়াকোবৰ বাহিৰে আন কোনো পাঁচনিক লগ নে পালে। গলা ১: ১৯। সেই য়াকোব প্ৰভুৰ মাহিএকৰ পুত্ৰেক হোআত তেঁওৰ ভাই হল; আৰু পত্ৰ লিখা য়াকোবো তেঁৱে। তেঁৱে তেতিয়া য়িৰুচালম মণ্ডলিৰ ৰখ্যক আচিল। সেই ঠাইত পৌলে কেৱল পোন্ধৰে দিন মাথোন থাকিবলৈ পালে, কিয়নো তেঁও তাত নিৰ্ভয়ে য়িচুৰ কথা কিৰ্ত্তন কৰিলত য়িহুদিবিলাকে মাৰিবলৈ উপাই কৰিলে। তাতে ভায়েকবিলাকে সেই কথাৰ বুজ পাই, কৈচৰিয়ালৈ নি তাৰ্চ নগৰলৈ পঠাই দিলে। পৌলে য়িৰুচালমলৈ জোআত খ্ৰিষ্টৰ সঁক ৩৯, আৰু তেঁওৰ বয়স ৩৩ বচৰ হৈচিল। তাতে তেঁও মন্দিৰত থাকোঁতে মুৰ্চ্চিত হৈ প্ৰভুৰ পৰা দৰ্সন পালে। পাঁ ২২: ১৭—২১। সেই তাৰ্চ নগৰতে য়িৰুচালমৰ পৰা বৰ্নাবাই বিচাৰি নো জোআলৈকে তিনি কি চাৰি বচৰ মান কিৰ্ত্তন কৰি থাকিল। পাঁ ৯: ২৯, ৩০। তাৰ পাচে তাৰ্চ নগৰৰ পৰা বৰ্নাবাৰ লগত চুৰিয়া দেসৰ আন্তিয়খিয়া নগৰলৈ আহি; সেই ঠাইতে একবচৰ মান থাকি সুভ বাত্ৰা কিৰ্ত্তন কৰিলে। পাঁ ১১: ২৫।

---

## য়িৰুচালমলৈ পৌলৰ দুতিয় জাত্ৰা ।

Paul's Second Visit to Jerusalem.

তাৰ পাচে আন্তিয়খিয়া নগৰৰ পৰা পবিত্ৰ লোকলৈ দান দিবৰ কাৰনে বৰ্নাবাৰ লগত পুনৰ বাৰ য়িৰুচালমলৈ গল; কিয়নো আগাব ভবিস্যত বক্তাই কোআৰ দৰে সেই কালত সকলো দেসতে বৰ আকাল হৈচিল। সেয়ে খ্ৰিষ্টৰ ৪৪ সঁক। এই কথা বুৰঞ্জিৰ দোআৰাই বুজিচে; কিয়নো বুৰঞ্জিৰ মতে সেই ৪৪ সঁকতে ক্লৌদিয় কৈচৰ ৰজা হৈচিল, আৰু তেতিয়াই আকালৰ কথাও ঘটিল। জেতিয়া য়িৰুচালমত থকা পবিত্ৰ লোকক দান দিয়া হল, তেতিয়া বৰ্নাবা, পৌল, আৰু মাৰ্ক নামে প্ৰখ্যাত জি য়োহান, এই তিনিও জন পুনৰাই আন্তিয়খিয়া নগৰলৈ উলটি আহিল। সেই মাৰ্কেই বৰ্নাবাৰ ভাগিন, তেঁৱেই সুভ বাত্ৰাও লিখিলে।

### প্ৰশ্ন ।

পৌলে প্ৰথম বাৰ য়িৰুচালমলৈ গৈ কোন পাঁচনিক লগ পালে? তেঁও য়িৰুচালম নগৰত কিমান দিন থাকিল?

তাৰ পৰা তাৰ্চ নগৰলৈ কি কাৰনে গল?

তাৰ্চ নগৰত কিমান বচৰ কিৰ্ত্তন কৰিলে?

তাৰ পৰা পৌলক কোনে আনিবলৈ গল?

তাৰ্চ নগৰৰ পৰা আহি কোন নগৰলৈ আহিল?

পৌল দুতিয় বাৰ য়িৰুচালমলৈ জোআৰ কি কাৰন আচিল?

খ্ৰিষ্টৰ কিমান সঁকত সেই আকাল হৈচিল?

পৌলৰ লগত আন্তিয়খিয়ালৈ কোন কোন সিস্য আহিল?

মাৰ্কে কি পুথি লিখিলে?

---

## পৌলৰ প্ৰথম মিস্যনেৰি জাত্ৰা ।

Paul's First Missionary Journey.

জি কালত আন্তিয়খিয়া নগৰত থকা মণ্ডলিৰ লোকে লঘোন আৰু প্ৰাৰ্থনাৰে ইশ্বৰৰ সেৱা কৰিচিল, সেই কালত পবিত্ৰ আত্মাই কলে, জি কৰমত মই বৰ্নাবা আৰু চৌলক নিজোজন কৰিচোঁ, মোলৈ সেই কৰম কৰিবলৈ সিবিলাকক প্ৰিথক কৰি দিয়া। তেতিয়া সিবিলাকে লঘোন আৰু প্ৰাৰ্থনা কৰি পৌল, বৰ্নাবা আৰু মাৰ্কৰ গাত হাত দি বিদাই দিলে। পাঁ ১৩: ৩। সেই ৰূপে আত্মাই পঁচাত সিবিলাকে চেলুকিয়া দেসলৈ গৈ, পাচে জাহাজে কুপ্ৰ মাজুলিলৈ গল। তাৰ পাচে চালামি নগৰ পাই, য়িহুদিৰ নাম ঘৰত সোমাই, কিৰ্ত্তন কৰিলে। পাঁ ১৩: ৫। এই ৰূপে সিবিলাকে সেই মাজুলিৰ পাৰ নগৰ-

নৈকে সকলো থানে ফুৰি বুধিমন্ত চৰ্গিয় পৌল নামেৰে সেই দেসৰ অধিকাৰে নৈতে ভাঁৰি কোআ ভবিস্যত বক্তা বৰিচু বা এলুমা, (ভাসাৰে মায়াপি) এনে এটা য়িহুদি মানুহক লগ পালে। সেই মায়াপিএ অধিকাৰক পৌলে কোআ কথাৰ পৰা ওলোটাবলৈ জতন কৰাত, তেতিয়া চৌল, জাৰ নাম পৌল, তেঁও পবিত্র আত্মাৰে পুৰ হৈ একে ঠৰে মায়াপিলৈ চাই কলে, হেৰ চইতানৰ পুত্তেক, সকলো ধৰমৰ সত্রু কপটতে আৰু দুষ্ট কৰমতে পুৰ হৈ প্রভুৰ স্বৰূপ ধৰম পথক লুটিয়াবলৈ নেৰ নে? আৰু চাবি, এতিয়া প্রভুৰ হাতে তোক ধৰি আচে, আৰু তই কনা হৈ কেতথনি দিন বেলিকো নে দেখিবি; তেতিয়াই চকু মলিন হৈ তাৰ ওপৰত এন্ধাৰ পৰিল; তাতে সি হাতত ধৰিবলৈ মানুহ বিচাৰি ফুৰিলে। এনে ঘটিবৰ দেখি সেই অধিকাৰে প্রভুৰ উপদেসত বিস্মই মানি বিস্বাস কৰিলে। সেই অধিকাৰ কমিয়া মানুহ। পাঁ ১৩: ৬—১২।

পাচে পৌল আৰু তেঁওৰ লগৰবিলাকে কুপ্র মাজুলিৰ পাফ নগৰৰ পৰা পামফুলিয়া দেসৰ পৰ্গা নগৰলৈ আহিল; কিন্তু মাৰ্ক জাৰ নাম য়োহান, সেয়ে সিবিলাকক তাতে এৰি য়িৰুচালমলৈ উভতি গল। তাৰ পাচে সিবিলাকে পৰ্গাৰ পৰা পিচিদিয়া দেসৰ আন্তিয়খিয়া নগৰলৈ গল। তাতে দুই বিস্রাম বাৰে নাম ঘৰত সোমাই য়িহুদি আদি বিদেসি লোকবিলাকৰ আগতো কথা কিৰ্ত্তন কৰিলে; তাতে বহু য়িহুদি আৰু য়িহুদি ধৰম লোআ বিদেসি মানুহেও বিস্বাস কৰি পৌল আৰু চিলাৰ লগ ললে। কিন্তু য়িহুদিবিলাকে পৌল আৰু বৰ্নাবাৰ অহিতে নিন্দাৰে তাৰনা কৰি আপোনাৰ সিমাৰ পৰা খেদাই দিলত, পাঁচনিবিলাকে সিইঁতৰ অহিতে আপোনাৰ ভৰিৰ ধুলি জোকাৰি তাৰ পৰা ইকনিয় নগৰলৈ গল। সেই ঠাইতে সিবিলাক বহু দিন থাকি য়িহুদি আৰু গ্রিক মানুহৰ আগত কিৰ্ত্তন কৰিলত, তাতো সিবিলাকক বিস্বাস ন কৰা য়িহুদি লোকে তাৰনা কৰিলে। সেই কাৰনে সিবিলাকে তাৰ পৰাও লুকোনিয়া, লুস্ত্রা আৰু দৰ্বি নগৰলৈ গল। সেই লুস্ত্রা নগৰতো এটা খোৰাক স্বস্ত কৰাত জুপিতৰৰ পোৰোহিতে পৌল আৰু চিলাক দেৱতা বুলি সিবিলাকৰ আগত বলি আদি উচৰ্গিবলৈ আহিচিল। সেই ঠাইতে পৌলৰ নাম মৰ্কুৰি আৰু চিলাৰ নাম জুপিতৰ থলে। পৌল আৰু চিলাই সিইঁতৰ এনে কৰম দেখি বহু স্রমেৰেহে সেই কৰম নিবাৰন কৰিব পাৰিলে।

সেই কৰমৰ পাচে আন্তিয়খিয়া আৰু ইকনিয় নগৰৰ পৰা অহা কেতবোৰ য়িহুদি মানুহে সেই ঠাইৰ লোকবিলাকক কুমতি দি পৌলক সিলেৰে মাৰিলে। পাচে তেঁও মৰিল বুলি জানি নগৰৰ বাহিৰলৈ টানি নি পেলাই দিলে। কিন্তু সিস্যবিলাকে চাৰিও ফালে চাই থকাত পৌলে উঠি নগৰৰ ভিতৰ সোমাল; পাচ দিনা বৰ্নাবাই সৈতে দৰ্বি নগৰলৈ গল; সেই ঠাইতে সুভ বাত্রা কিৰ্ত্তন কৰি বহু সিস্য কৰাই পাচে লুস্ত্রা আৰু ইকনিয় আৰু পিচিদিয়া দেসৰ আন্তিয়খিয়া নগৰলৈ গৈ ভায়েকবিলাকক থিৰ কৰি, আৰু প্রতি মণ্ডলিতে ব্রিধ লোকক নিজোজন কৰি থলে। পাচে তাৰ পৰা সেই দেসৰ মাজে দি পামফুলিয়া দেসলৈ গৈ পৰ্গা নগৰত কথা কিৰ্ত্তন কৰিলত আতালিয়া নগৰলৈ গল। পাচে তাৰ পৰা জাহাজ মেলি সিবিলাকক জি নগৰত ইস্বৰৰ সুভ বাত্রা কিৰ্ত্তন কৰিবলৈ নিজোজন কৰি দিলে, সেই চুৰিয়া দেসৰ আন্তিয়খিয়া নগৰলৈ উভতি আহিল। তাকে পাই মণ্ডলিৰ আগত সিবিলাকৰ সকলো সম্বাদ জনালে। সেই আন্তিয়খিয়া নগৰতে তিনি বচৰতকৈ অধিক দিন থাকিল।

## প্রস্ন।

পৌল আৰু বৰ্নাবাক প্রিথক কৰি দিবলৈ কাৰ দোআৰাই বুজিলে?

পবিত্র আত্মাই পঁচাত সিবিলাকে কোন দেসলৈ গল?

কুপ্ৰ মাজুলিৰ পাফ নগৰত পৌলে কেনে মানুহক লগ পালে?

সেই মানুহে অধিকাৰক বিশ্বাসৰ পৰা কিয় ওলোটাব খুজিছিল?

পাচে পৌলে তাক কি কৰিলে?

মানুহৰ সক্তিৰে এনে আচৰিত কৰম কৰিব পাৰে নে?

কুপ্ৰ মাজুলিৰ পৰা পৌল আৰু তেঁওৰ লগৰবিলাকে কলৈ গল?

সেই ঠাইতে পৌলক কোনে এৰি গল?

সিবিলাক পৰ্গাৰ পৰা কোন কোন ঠাইত ফুৰি সুভ বাত্ৰা কিৰ্ত্তন কৰিলে?

সেই সেই ঠাইৰ মানুহে পৌলৰ কথাত বিশ্বাস কৰিলে নে?

লুস্ত্ৰা নগৰত পৌলৰ কি ঘটিল?

তাৰ পাচে সিবিলাক কোন কোন নগৰলৈ গৈ ভায়েকবিলাকক থিৰ কৰিলে?

তাৰ পৰা সিবিলাক কলৈ উভতি আহিল?

আন্তিয়খিয়া নগৰত কিমান বছৰ থাকিল'

---

## য়িৰুচালমলৈ পৌলৰ ত্ৰিতিয় জাত্ৰা ।

Paul's Third Visit to Jerusalem.

জেতিয়া খ্ৰিষ্টিয়ান ধৰম সকলো বিদেসি লোকৰ মাজত বাঢ়ি গল, আৰু অনেক অনেকে খ্ৰিষ্টত বিশ্বাস কৰিলে; তেতিয়া বিশ্বাস কৰা য়িহুদিৰ কেতবিলাকে ফুৰি বিদেসি ভাইবিলাকৰ মাজত এনে সিখ্যা দিবলৈ ধৰিলে, বোলে, তোমোলাকে মোচাৰ বিধিৰ মতে চৰ্ম্মচেদন ন হলে, কেতিয়াও পৰিত্ৰান পাব নোআৰিবা । সেই কথাৰ নিমিত্তে পৌল আৰু বৰ্নাবাই সৈতে সিইঁতে বহু বাদ বিচাৰ কৰিলে, কিন্তু তাক ঠাৱৰ কৰিবৰ হেতুকে আন্তিয়খিয়া মণ্ডলিৰ লোকে য়িৰুচালমত থকা পাঁচনি আৰু বৃধ লোকৰ তলৈ পৌল, বৰ্নাবা আৰু তিতক পঠাই দিলে । তেতিয়া সিবিলাক ফৈনিকিয়া আৰু চোমিৰোনৰ মাজে দি গৈ মণ্ডলি লোকৰ আগত বিদেসি মানুহৰ মন পালটনৰ বাত্ৰা কৈ ভায়েকবিলাকৰ বৰ আনন্দ জনমালে । এই ৰূপে গৈ গৈ য়িৰুচালম নগৰ পাই, তাতে সেই সকলো কথা বাত্ৰাৰ বিবেচনা কৰি সকলো বিদেসি ভায়েকবিলাকলৈ পত্ৰ লিখি পঠালে । প্ৰথমে সেই কথাৰ বিচাৰ পৰ কৰাত বিশ্বাস কৰা ফিৰুচিৰ কেতবিলাকে মোচাৰ বিধান পালন কৰিবলৈ অনুমতি কৰিছিল, কিন্তু পাচে পিতৰ আৰু য়াকোবে জি কথা কলে, তাতে সকলো লোকে মন ঠাৱৰ কৰিলে । এই ৰূপে সেই বিচাৰৰ কথা থিৰ কৰা হলত য়িৰুচালম মণ্ডলিৰ দুজন প্ৰধান লোক য়িহুদা, জাৰ আৰু নাম বৰ্চাবা, আৰু চিলা, এই দুজনক মনোনিত কৰি পৌল আৰু বৰ্নাবাৰ লগত পঠাই দিলে । পাঁ ১৫:২৯ । এই কথাৰ বিসয়ে পৌলে গলাতিয়াৰ মণ্ডলিলৈকো লিখিছিল । গলা ২:১—৬ । এই ত্ৰিতিয় বাৰ পৌলে য়িৰুচালমলৈ জাত্ৰা কৰাত তেঁওৰ বয়স ৪৪, আৰু খ্ৰিষ্টৰ সঁক ৫০ । গলা ২:১ ।

### প্ৰশ্ন ।

পৌলে ত্ৰিতিয় বাৰ য়িৰুচালমলৈ কি সকামে গৈছিল?

চৰ্ম্মচেদন কৰাত কিবা ধৰম হই নে?

য়িৰুচালমত থকা পাঁচনি আৰু বৃধ লোকে সেই কথাৰ নিমিত্তে কি কৰিলে?

পৌলৰ লগত সিবিলাকে থিৰ কৰা কথা মণ্ডলি লোকত বুজাবলৈ কাক কাক পঠালে?

এই ত্ৰিতিয় বাৰ য়িৰুচালমলৈ জোআত পৌলৰ কিমান বচৰ হৈছিল?

---

## পৌলৰ দুতিয় মিস্যনেৰি জাত্ৰা ।

Paul's Second Missionary Journey.

য়িৰুচালম নগৰৰ পৰা উভতি আহি চুৰিয়া দেসৰ আন্তিয়খিয়া নগৰত পৌল বহু দিন থাকিল । পাচে পৌলে এক সময়ত বৰ্নাবাত কলে, আমি জি জি নগৰত ইশ্বৰৰ কথা কিৰ্ত্তন কৰিলোঁ, সেই সেই নগৰৰ মণ্ডলিৰ ভাইবিলাক কেনে আছে, তাকে চাবলৈ জাঁও । তাতে বৰ্নাবায়ো সেই কথাত

সম্মত হৈ তাৰ খুজিলে। তথাপি বৰ্নাবাই মাৰ্কক লগত লবলৈ থিৰ কৰিলত পৌলে তেঁওক লোৱা অজোগ্য মানিলে; কিয়নো প্ৰথম বাৰ মাকে সিবিলাকৰ লগত সেই কৰম কৰিবলৈ ন গৈ আধা বাটৰ পৰা উভতি আহিল। পাচে সেই কথাত সিবিলাকৰ মাজত বিবাদ হোআত বৰ্নাবাই মাৰ্কক লৈ জাহাজেৰে কুপ্ৰ মাজুলিলৈ গল। কিন্তু পৌলে চিলাক মনোনিত কৰি, ভায়েকবিলাকৰ পৰা বিদাই হৈ, চুৰিয়া আৰু কিলিয়া দেসে দি ভায়েকবিলাকক থিৰ কৰি কৰি গল।

তাৰ পাচে সিবিলাকে দৰ্বি আৰু লুস্ত্ৰা নগৰলৈ গৈ তাতে তিমথি নামে ভায়েকবিলাকৰ মাজত সুজসস্যা পোৱা এজন সিস্যক পালে। পৌলে প্ৰথম বাৰ জাত্ৰাত কিৰ্তন কৰাৰ দোআৰাই সিস্য হোৱা এই তিমথি হৰ পাই। পাচে তেঁওক আপোনাৰ লগত লবৰ নিমিত্তে য়িহুদিবিলাকৰ কাৰনে পৌলে চৰ্মচেদন কৰিলে। তেতিয়া সিবিলাকে তাৰ পৰা গৈ জি জি নগৰত মণ্ডলি থাপন কৰা হৈছিল, সেই সেই নগৰত ফুৰি য়িৰুচালমত থকা পাঁচনি আৰু বৃিধ লোকে নিচই কৰা জি আগ্যা, সেই সকলোকে পালিবৰ নিমিত্তে মানুহবিলাকক আদেস কৰিলে। সেই আগ্যা পাই মণ্ডলিৰ লোক থিৰ হৈ দিনে দিনে লেখত বাঢ়ি গল।

তাৰ পাচত সিবিলাক ফিৰুগিয়া আৰু গলাতিয়া দেসে দি জোআত পবিত্ৰ আত্মাই আচিয়া দেসত কথা কিৰ্তন কৰিবলৈ বাধা কৰিলে; আৰু মুচিয়া দেস পোআত বিথুনিয়ালৈ জাবৰ মন কৰাত তালৈকো জাব নি দিলে, সেই কাৰনে মুচিয়াৰ পৰা ত্ৰোআ নগৰলৈ আহিল। তাতে মাকেদনিয়া দেসৰ মানুহৰ আগত সুভ বাত্ৰা কিৰ্তন কৰিবৰ কাৰনে ৰাতি পৌলক প্ৰভুএ দৰ্সন দেখালে। এই হেতুকে তেতিয়াই তালৈ জাবলৈ থিৰ কৰিলে। সেই ত্ৰোআ নগৰতে লুক নামে প্ৰিয় বেজক লগ পালে; কিয়নো এই ঠাইৰ পৰা পাঁচনিৰ কৰম লিখোঁতে লুকে আমি বুলি কৈচে।

পাচে ত্ৰোআৰ পৰা পানিএ তাৰ লগা হলত জাহাজ মেলি পোন বাটে চামথ্ৰাকি আৰু নিয়াপলি নগৰ পালে; তাৰ পৰা ন কৈ নিবাস কৰা মাকেদনিয়াৰ এভাগৰ ফিলিপি নগৰ পাই, তাতে কিচু দিন থাকিল। সেই ঠাইতে লুদিয়া নামে বেঙ্গেনা ৰবনিয়া কাপৰ বেহেৰুআ এজনি মাইকি আৰু তাইৰ ঘৰৰ সকলোএ নৈতে পৌলৰ কথা সুনি প্ৰভুত বিস্বাস কৰি বুৰ পালে। এয়ে ঘৰৰ সকলোএ নৈতে বিস্বাস কৰা প্ৰথম পৰিয়াল। পাচে সিবিলাকে প্ৰাৰ্থনা কৰা ঘৰলৈ জাঁওতে এজনি ভুতে পোৱা চোআলিএ পৌলক আৰু চিলাক দেখি অনেক দিন এই ৰুপে কলে, এই মানুহবিলাক সৰ্বোপৰি ঈস্বৰৰ সেৱক হৈ আমাৰ আগত পৰিত্ৰানৰ পথ দেখাইচে। তাতে পৌলে অসন্তোস পাই, য়িচু খ্ৰিস্টৰ নামে তাইৰ পৰা বাহিৰ ওলাবলৈ ভুতক আগ্যা কৰিলে, তেতিয়া সেই চোআলিৰ পৰা ভুত ওলাল। কিন্তু তাইৰ অধিকাৰে এই কথা দেখি, মনেৰে অতি খঙ্গ হল; কিয়নো চোআলিৰ ভিতৰত জিমান দিনলৈ ভুত আচিল, সেইমান দিন তাই মঙ্গল চাই আপোনাৰ অধিকাৰক সৰহ ধন আৰ্জি দিচিল; পাচে জেতিয়া ভুত তাইৰ পৰা ওলাল, তেতিয়া মঙ্গল চাব নোআৰাত লাভৰ আসা গুচিল। তাতে পৌলকে আৰু চিলাকে ধৰি সোধৰ অধিকাৰৰ আগত লৈধাই দিয়াত, অধিকাৰবিলাকে পাঁচনিলোকক বহু সাস্তি কৰাই বন্দি সালত সুমাই থব দিলে। তেতিয়া বন্দি সালৰ ৰখিয়াই এনে আগ্যা পাই, সিবিলাকৰ ভৰিত কুন্দা সুমাই ভিতৰ বন্দি সালত বান্ধি থলে। তাতে সিবিলাক বন্দিয়াৰ হৈ থাকিল; কিন্তু ৰাতি মাজিসা সিবিলাক দুয়ো প্ৰাৰ্থনা কৰি ঈস্বৰলৈ গিত গালে; তেতিয়া বন্দি সালৰ ভিতৰত ভুঁইকঁপ গল, আৰু সকলোৰে বান্ধ মুকলি হল। তাকে বন্দি সালৰ ৰখিয়াই দেখি সকলো

বন্দিয়াৰবোৰ পলাল দেখি, মনত ভয় লাগি আপোনাকে আপুনি বধ কৰিবলৈ ধৰিলে। কিন্তু পৌলে কলে, তুমি আপোনাক একো হিংসা ন কৰিবা, কিয়নো আমি আটাইবোৰ ইয়াতে আচোঁ। তেতিয়া সি চাকি লগাই কঁপি কঁপি পাঁচনিৰ ভৰিত পৰি সুধিলে, হে আতা সকল, পৰিত্ৰান পাবলৈ মই কি কৰিম? এই ৰূপে হোৱাত সেই বন্দি শালৰ ৰখিয়াই ৰাতিৰ সেই ভাঁৱতে পাঁচনিবিলাকক নি সিবিলাকৰ কোবৰ ঘা ধুৱালে; পাচে আপোনাৰ ঘৰৰ সকলোএ সৈতে বিস্বাস কৰি ৰাতিতে বুৰ পালে। ইয়াৰে সুভ বাত্ৰাৰ মহিমা সুন্দৰ ৰূপে প্ৰকাস হৈছে; দেখা, জি মানুহে আগেএ পাঁচনিবিলাকে এনে সাস্তি পোৱাতো একো দায়া নো হোৱাকৈ ভৰিত কুন্দা মাৰি ভিতৰ বন্দি শালত সুমাই ৰাখিলে, সেই মানুহে সুভ বাত্ৰা গ্ৰাজ্য কৰাত আগৰ স্বভাৱৰ পৰা কিমান বেলেগ হল। আগেএ হলে দুখ পোৱা পাঁচনি লোকলৈ একো চিন্তা ন কৰিলে; কিন্তু পাচে তেতিয়াই সিবিলাকক আপোনাৰ ঘৰলৈ নিলে, আৰু চাবুকৰ কোবত পিঠিত জি ঘা লাগিচিল, সেইবোৰক ধুৱাই সিবিলাকৰ আগত আহাৰ দিলে। এই ৰূপে প্ৰভুএ সিবিলাকৰ দোৱাৰাই আপোন মহিমা প্ৰকাস কৰালে। পাচ দিনা বন্দি শালৰ পৰা পাঁচনিবিলাকক উলিয়াই দিয়াত সিবিলাক গৈ লুদিয়াৰ ঘৰত সোমাই তাতে ভায়েকবিলাকক সান্তনা কৰালে।

তাৰ পাচে সিবিলাক আমফিপলি আৰু আপলোনিয়া নগৰে দি গৈ থেচালনিকি নগৰ পালে। তাতে য়িহুদিবিলাকৰ নাম ঘৰ থকাত পৌলে আপোনাৰ আচাৰৰ দৰে তিনি বিস্ৰাম বাৰত সিবিলাকে সৈতে য়িচু জে অভিসেক খ্ৰিষ্ট হই, তাৰ প্ৰমান দিলে। সেই ঠাইতো য়িহুদি আৰু গ্ৰিক মুনিহ তিৰোতায়ো বিস্বাস কৰি সিস্য হল। কিন্তু অবিস্বাসি য়িহুদিবোৰে পৌলক ধৰিবৰ কাৰনে য়াচোনক ধৰি কিচু দুখ দিলে। সেই কথাৰ নিমিত্তে ভায়েকবিলাকে ৰাতিএই পৌলক বেৰয়া নগৰলৈ পঠাই দিলে। তাতে পৌলে থেচালনিকিৰ পৰা হিংসক য়িহুদিবিলাক গৈ তেঁওক তাৰনা ন কৰালৈকে ইস্বৰৰ কথা কিৰ্ত্তন কৰিলে। সেই ঠাইৰ মানুহ থেচালনিকিৰ মানুহতকৈ সুমতি হোৱাত পৌলে কোৱা কথা হই কি ন হই, তাক নিতে নিতে ধৰম সাস্ত্ৰত বিচাৰ কৰিচিল। তাতো মুনিহ তিৰোতা বহু মানুহে বিস্বাস কৰিলে। পাচে য়িহুদিবিলাকৰ নিমিত্তে ভায়েকবিলাকে পৌলক সাগৰৰ কাললৈ পঠাই দিলে। কিন্তু চিলা আৰু তিমথিক সেই ঠাইতে থৈ আহিল। তাৰ পাচে পৌলে আথিনি নগৰ পাই, চিলা আৰু তিমথি অহালৈকে মনে মনে থাকি কিচু জিবনি লব খুজিলে; কিন্তু সেই আথিনি নগৰ ইমান মুৰ্ত্তিৰে ভৰি থকা দেখি তেঁওৰ মনত অতি খেদ পালে; সেই নিমিত্তে আৰু মনে মনে থাকিব নোৱাৰি হাতে বাটে জাকে পালে, তাৰে সৈতে বাদ বিচাৰ কৰিলে। তেনেকৈ বাদ বিচাৰ কৰি থাকোঁতে স্তয়িকি আৰু এপিকুৰি মতত চলা কেতবোৰ গিয়ানিএ পৌলক পাই বাদ অনুবাদ কৰিলে। সেই এপিকুৰিৰ মত এই, সিইঁতে স্বৰগৰ দুত আৰু আত্মা নাই বোলে, আৰু জগতত জি সুখ ভোগ কৰে, তাৰ বাহিৰে আৰু পৰলোকত একো সুখ দুখ নাই বোলে। স্তয়িকিএ হলে সদাই সকলো কথাত বাদ বিচাৰ কৰি থাকে। সেই সকলো কথাৰ পাচত পৌলক সিইঁতে আৰিয়পাগ নামে এক মেল কৰা থানলৈ নিয়া হল; তাতে পৌলে সিইঁতৰ দেৱতা জে একো ন হই, ইয়াৰ প্ৰমান বুজাবৰ নিমিত্তে বহু কথা কিৰ্ত্তন কৰিলে। কিয়নো সেই আথিনি নগৰত সকলো দেসৰ হেজাৰ হেজাৰ মুৰ্ত্তি সাজি পুজা কৰে। সিইঁতে জিমান দেৱতাৰ নাম আৰু জিমানৰ কথা মনেৰে ভাবিব পাৰে, সেই আটাইৰে মুৰ্ত্তি কৰি সিইঁতৰ আগত সেৱা পুজা কৰে। কিন্তু সেইবোৰ দেৱতাৰ বাজেও সিইঁতে কেতিয়াও মু সুনা আৰু ন জনা দেৱতা এজন থাকিব পাই বুলি ভাবি,

"অবিদিত ইস্বৰলৈ" এনে এটা হোমৰ ভেঁটি সাজি থৈছিল। তাকে পৌলে দেখি সেই কথাৰে সৈতে নিৰাকাৰ নে দেখা ইস্বৰৰ কথা সিইঁতৰ আগত কিৰ্ত্তন কৰিলে। আৰু জি দিনত ইস্বৰে মানুহৰ সোধ কৰিব, এনে দিনৰ কথাও সিবিলাকৰ আগত প্ৰকাস কৰিলে। তাতে তেঁওৰ কথাত কেতবোৰে ভাল পাই বিস্বাস কৰিলে, কেতবোৰে অবিস্বাসি হৈ নিন্দা কৰিলে।

সেই আথিনি নগৰতে চিলাই আৰু তিমথিএ থেচালনিকি নগৰৰ পৰা আহি পৌলক লগললেহি। কিন্তু থেচালনিকিৰ ভায়েকবিলাক বিস্বাসত বাৰ্হি জোআৰ কথা সুনি সিবিলাকক অকলেই এৰিবৰ মন ন কৰি পুনৰাই চিলাক আৰু তিমথিক তালৈ পঠাই দিলে। ১ থে ৩: ১—৩। তাৰ পাচে পৌলে আথিনিৰ পৰা গৈ কৰিন্ত নগৰ পালে। তাতে প্ৰিস্কিলা আৰু আকুলা নামে দুজন সিস্যক লগ পাই, সিবিলাকে সৈতে পৌলে আপোনাৰ প্ৰতিপালন হবৰ নিমিত্তে তাম্বু ঘৰ সাজিলে; কিন্তু বিস্ৰাম বাৰে বাৰে সকলো মানুহৰ আগত সুভ বাৰ্ত্তা কিৰ্ত্তন কৰি থাকিল।

পাচে জেতিয়া মাকেদনিয়া দেসৰ থেচালনিকি নগৰৰ পৰা চিলা আৰু তিমথি আহিল, তেতিয়া পৌলে তাম্বু ঘৰ নে সাজি কেৱল কথা কিৰ্ত্তনত মন দিলে; কিয়নো তেঁওৰ প্ৰতিপালৰ নিমিত্তে থেচালনিকিৰ ভায়েকবিলাকে দান পঠাব পাই। ২ ক ৮: ১—৫। এই ঠাইতে প্ৰভুএ পৌলক দৰ্সন দি কলে, তুমি নিৰ্ভই হৈ নিজম দি নে থাকি কথা কোআ, কিয়নো এই নগৰত মোৰ অনেক মানুহ আচে। সেই কথাতে পৌলে সাহ কৰি, সুভ বাৰ্ত্তা কিৰ্ত্তন কৰি ডেৰ বচৰলৈকে তাতে থাকিল। সেই ঠাইতে নাম ঘৰৰ প্ৰধান গৰাকি ক্ৰিস্পো আপোনাৰ ঘৰৰ সকলোএ সৈতে বিস্বাস কৰি বুৰ দিওআ হল। এয়ে ত্ৰিতিয় ঘৰ; কিন্তু এই তিনি ঘৰৰ মাজতো কোনো বিস্বাস কৰিব নোৱাৰা এনে কেঁচুআ লৰা চোআলিক বুৰ দিওআৰ কথা কতো লিখা নাই। এই কৰিন্ত নগৰৰ পৰা থেচালনিকি মণ্ডলিলৈ দুয়ো খন পত্ৰ লিখিলে; সেয়ে খ্ৰিষ্টৰ সঁক ৫২ ৰ পৰা ৫৪ লৈকে হব পাই। পৌলে কৰিন্ত নগৰত কিৰ্ত্তন কৰাৰ পাচে য়িৰুচালমত জি পৰ্ব্ব হবৰ ওচৰ হৈছিল, তালৈ জাবলৈ কাৰ্নাৰ কৰিলে। সেই কাৰনে তেঁও তাৰ পৰা এফেচলৈ গল; তাতে প্ৰিস্কিলা আৰু আকুলাক এৰিলে। তাৰ পৰা জাহাজ মেলি কৈচৰিয়া পাই, পাচে চতুৰ্থ বাৰ য়িৰুচালমলৈ গৈ তাতে মণ্ডলিক নমস্কাৰ কৰিলে। তাতে কিচু দিন থাকি আৰুও আন্তিয়খিয়া নগৰলৈ আহিল। পৌলৰ এই দুতিয় মিস্যনেৰি জাত্ৰাত চাৰি বচৰ, অৰ্থাত খ্ৰিষ্টৰ সঁক ৫৫ হল।

## প্ৰস্ন।

দুতিয বাৰ মিস্যনেৰি জাত্ৰা কৰাত পৌলৰ লগত কোন গল? বৰ্নাবাই কাক মনোনিত কৰি ললে?

পৌলে কোন দেসে দি ভায়েকবিলাকক থিৰ কৰি গল?

লুস্ত্ৰা নগৰত পৌলে কাক লগ পালে?

ত্ৰোআ নগৰত পৌলে ৰাতি কি দৰ্সন পালে?

সেই নগৰত পৌলে কোন মানুহক লগ পালে? ত্ৰোআৰ পৰা সিবিলাকে কোন দেসলৈ গল?

ফিলিপি নগৰত পৌলৰ কথা সুনি কোনে বিস্বাস কৰিলে?

সেই ঠাইত সিবিলাকৰ কি ঘটিল?

বন্দি সালত থাকোঁতে সিবিলাকে ৰাতি কি কৰিচিল?

বন্দি সালৰ কোন মানুহে সিবিলাকৰ কথা সুনি প্ৰভুত বিস্বাস কৰিলে?

সকলোঁএ সৈতে বিস্বাস কৰা এয়ে কেই ঘৰ? প্ৰভুলৈ মন পালটাৰ পাচত মানুহৰ মন কেনে হই?

পৌলে তাৰ পৰা গৈ থেচালনিকি নগৰত কেই বিস্ৰাম বাৰ কিৰ্ত্তন কৰিলে?

যেচালনিকি আৰু বেৰয়া নগৰত কোনোবাই প্ৰভুত বিশ্বাস কৰিলে নে?

তাৰ পাচে পৌল কোন নগৰলৈ গল?

সেই আথিনি নগৰ কিহেৰে পুৰ হৈ আচিল? পৌলে সেই নগৰ দেখি মনত কেনে লাগিল?

দেও দেবিত কিবা ইশ্বৰৰ সক্তি আচে নে?

আথিনি নগৰৰ পৰা পৌলে কলৈ গল?

কৰিন্থ নগৰত কিমান দিন কিৰ্ত্তন কৰিলে?

সেই নগৰত পৌলে কিবা দৰ্সন পাইচিল নে? পৌলে প্ৰিস্কিলা আৰু আকুলাক কোন ঠাইত এৰিলে?

## পৌলৰ ত্ৰিতিয় মিস্যনেৰি জাত্ৰা।

Paul's Third Missionary Journey.

তাতে দিন চাৰেক থাকি সেই নগৰৰ পৰা পুনৰ্ব্বাই আপোনাৰ মিস্যনেৰি জাত্ৰা কৰিলে। তাৰ পৰা তেঁও গলাতিয়া আৰু ফ্ৰিকগিয়া দেস থনতে ফুৰি সিস্যবিলাকক ধৰমত থিৰ কৰিলে, অৰ্থাত সিবিলাক নতুন হোআত জি জি কথা আৰু আগ্যা নে জানি আচিল, সেই সকলোকে সম্পুৰ্নকৈ সিকাই দিলে। সেই ৰুপে গলাতিয়া আৰু ফ্ৰিকগিয়াৰ পৰা ওপৰ দেসে দি গৈ এফেচ নগৰ পালে। সেই নগৰতে পৌলে য়োহানৰ নামেৰে বুৰ পোআ বাৰে জন মান সিস্যক লগ পাই সুধিলে, তোমোলাকে পবিত্ৰ আত্মা পালা নে? তাতে সিঁহঁতে কলে, পবিত্ৰ আত্মা জে আচে তাক আমি সুনাই নাই। প্ৰভু য়িচু খ্ৰিষ্ট জদি সেই জগতত অৱতাৰ ন ধৰা হলে আমিও পবিত্ৰ আত্মাৰ কথা কেতিয়াও বুজ নে পালোঁহঁতেন। তেঁৱে আহি জি জনক কোনোএ কেতিয়াও দেখা নাই, এনে জনক আমাৰ আগত পিত্ৰি, পুত্ৰ, পবিত্ৰ আত্মা এই তিনি ভাৱে প্ৰকাস কৰি দেখালে। তাৰ পাচত পৌলে সিবিলাকক প্ৰভু য়িচু খ্ৰিষ্টৰ নামত বুৰ দিওআত তেতিয়া পবিত্ৰ আত্মাৰ দান সিবিলাকলৈ আহিল। পাচে পৌলে য়িহুদিবিলাকে লৈতে তিনি মাহ মানলৈকে কিৰ্ত্তন কৰিলে, কিন্তু তেতিয়া অবিশ্বাসি লোকবোৰৰ মন কঠিন হৈ গল, তেতিয়া তেঁও তুৰান নামে এজনৰ পঢ়া সালিত দুই বচৰলৈকে কিৰ্ত্তন কৰিলে। এই ৰুপে দুই বচৰলৈকে তেঁও এফেচ নগৰত সুভ বাত্ৰা কিৰ্ত্তন কৰিলত সকলো মানুহে প্ৰভুৰ কথা সুনিবলৈ পালে। আৰু ইশ্বৰে পৌলৰ হতুআই এনে আচৰিত কৰম কৰালে, তেঁওৰ গাৰ গামোচাকো জদি নৰিয়া মানুহৰ ওচৰলৈ নিএ, তেতিয়াই সি ৰোগৰ পৰা মুক্তি হই। পৌলে এই ৰুপ বিস্মই কৰম কৰা হলত, স্কেৱা নামে এজন পোৰোহিতৰ সাত জন পুত্ৰেকেও সেই ৰুপে প্ৰভুৰ নাম লৈ ভুতক খেদাব খোজাত ভুতে মাত লগাই কলে, য়িচুক জানোঁ, পৌলকো চিনোঁ, কিন্তু তহঁত কোন, ইয়াকে বুলি ভুতে পোআ মানুহটো সিঁহঁতৰ ওপৰত পৰি সিঁহঁতক ঘৰৰ পৰা খেদালে। তাতে সকলো মানুহে এনে কৰম দেখি, মনত অতি ভই পাই, আপোনাৰ মায়া কৰম কৰা পুথিবোৰ আনি আটাইৰে আগত পুৰি পেলালে; আৰু সেই পুথিবোৰৰ মুল্য গনিলত আঠৈ কুৰি হেজাৰ ৰুপ হল। সেই ৰুপে সেই দেসত প্ৰভুৰ নামৰ জসস্যা বাঢ়ি গল।

এইবিলাক কৰম পুৰ হলত পৌলে মাকেদনিয়া আৰু আখায়া দেসে দি জাবৰ মন কৰি কলে, তালৈ জোআৰ পাচে মই ৰোম নগৰকো দেখা পাব লাগিব। এই কথা তেঁও পবিত্ৰ আত্মাৰ দোআৰাই বুজিব পাই। তাতে তেঁওৰ আগেএ তালৈ এৰাস্ত আৰু তিমথিক পঠিলে, কিন্তু তেঁও আচিয়া অৰ্থাত এফেচ নগৰতে কিচু দিন থাকিল। সেই কালত আৰ্ত্তেমি মহা দেবিৰ কাৰনে বৰ হুৰা মুৰা হৈচিল; কিয়নো পৌলে সেই এফেচ নগৰত দুই বচৰলৈকে থাকি খ্ৰিষ্টৰ সুভ বাত্ৰা কিৰ্ত্তন কৰাত অনেক দেও পূজক লোকে প্ৰভুত বিশ্বাস কৰিলে। আৰু মানুহে আপোনাৰ নিৰ্বলি আৰু নিৰ্বুধি হাতেৰে সজা অচেতন মুৰ্ত্তিক হেলা

কৰিলে। তাতে জিবিলাকে সেই আৰ্ত্তেমি দেবিৰ সক দল সাজি মানুহবোৰক বেচে, সিইঁতবো সেই কৰম হেলা হোআত সেই কাৰিকৰবিলাকৰ মাজৰ প্ৰধান হোৱা দিমিত্ৰিএ এই কথা দেখি মনত খঙ্গ হৈ, নগৰৰ মাজত এই কথাৰে বৰ হুৰা মুৰা লগালে। কিন্তু ইশ্বৰে আপোনাৰ সেৱক পৌলক সেই সকলো দুখৰ আৰু সিংহৰ হাতৰ পৰা উধাৰ কৰিবলৈ সহাই হোআত কোনোএ তেঁওক একো দুখ দিব নোআৰিলে।

পৌল পাঁচনিএ সেই এফেচ নগৰতে প্ৰাই তিনি বচৰ মান থাকোঁতে খ্ৰিষ্টৰ ৫৬ সঁকত গলাতিয়াৰ পত্ৰ লিখিলে। আৰু ৫৮ সঁকত কৰিন্থিৰ প্ৰথম দুতিয় দুয়ো খনি পত্ৰ লিখিলে। তাৰ পাচত কৰিন্থ নগৰত জি অলপ কাল আছিল, তেতিয়াই ৰুমিয়ালৈ পত্ৰ লিখি ফৈবি নামে এক তিৰিৰ হাতে পঠাই দিছিল; সেয়ে খ্ৰিষ্টৰ ৫৯ সঁক।

সেই হুৰা মুৰা গুচিলত পৌলে মাকেদনিয়াই দি জাবলৈ ধৰিলে; পাচে সেই ঠাইৰ পৰা গৈ গ্ৰিক দেস পালেগৈ। তাতে তিনি মাহ থাকি চুৰিয়া দেসলৈ জাবৰ ইচা কৰিলে; কিন্তু য়িহুদিবোৰে তেঁওক মাৰিবলৈ খাপ দি থকাত তেঁও আকৌ মাকেদনিয়াই দি উভতি জাব খুজি ত্ৰোআ নগৰলৈ আহিল। সেই ঠাইতে তিতক পাবৰ আসাৰে বাট চাই আছিল; কিয়নো তিতে কৰিন্থিৰ প্ৰথম পত্ৰ লৈ গৈছিল, তাতে পৌলে সেই পত্ৰৰ উত্তৰ পাবৰ মনে ত্ৰোআ নগৰত তিতলৈ বাট চালে। ২ ক ২: ১২, ১৩। পাচে পৌলে ত্ৰোআৰ পৰা মাকেদনিয়ালৈ জাব ধৰাত বেৰয়া নগৰৰ চোপাত্ৰ, থেচালনিকিৰ আৰিষ্টাৰ্খ আৰু চেকুণ্ড, দৰ্বি নগৰৰ গাই আৰু তিমথি, আচিয়া দেসৰ তুখিক আৰু ত্ৰফিম, এই সকলো তেঁওৰ লগত গল। পাচে সেই ত্ৰোআ নগৰ পাই তাতে সাত দিন থাকি সপ্তাহৰ প্ৰথম দিনা প্ৰভুৰ ভোজ পাতিলে। তাতে পৌলে ৰাতিৰ বহুতলৈকে কিৰ্ত্তন কৰি আছিল, কিয়নো তাৰ পাচ দিনা তেঁও জাবৰ মন কৰিছিল। তাৰ পৰা সিবিলাকে আচ নগৰত পৌলক জাহাজত তুলি লবৰ আসয়েৰে আগ বাঢ়ি আহিল; কিয়নো পৌলে কিচু কিৰ্ত্তন কৰিবৰ মনেৰে খোজ কাঢ়ি জাবৰ মন কৰিছিল। পাচে আচ নগৰত পৌলক তুলি লৈ খিয় মাজুলিৰ সমুখ হল। তাৰ পাচ দিনা চাম মাজুলিলৈ গৈ ত্ৰোগোলিয়তে থাকি পাচ দিনা মিলিত নগৰ পালে। সেই মিলিতৰ পৰা মানুহ পঠাই এফেচৰ বৃধ লোকক মতাই আনি সিবিলাকৰ আগত ইশ্বৰৰ কথা কৈ সাৱধান ৰূপে থাকিবলৈ দিলে; কিয়নো তেঁও সিবিলাকক আৰু বাৰ দেখা পাব নোআৰে বুলি জানিলে।

প্ৰশ্ন।

পৌলে ত্ৰিতিয় বাৰ মিস্যনেৰি জাত্ৰাত কোন ঠাইলৈ গল?

সেসে দেসবিলাকত ফুৰি তেঁও কি কৰিলে?

এফেচ নগৰত পৌলে কাক লগ পালে?

সেই সিস্যবিলাকক পাচে কাৰ নামে বুৰ দিয়ালে?

এফেচ নগৰত কিমান বচৰ কিৰ্ত্তন কৰা হল? তাতে প্ৰভু[illegible] পৌলৰ দোআৰাই কি আচৰিত কৰম ক[illegible]লে?

পোৰোহিতৰ পুতেকহঁতে পৌলৰ দৰে ভূতক খেদাব পাৰিলে নে?

সিহঁতক ভূতে কি উত্তৰ দিলে?

এনে কৰম কৰা হলত প্ৰভুৰ নামত কি হল?

ইয়াৰ পাচত আৰ্ত্তেমি দেবিৰ কথাত কি হুৰা মুৰা হল? কোন দেসৰ মানুহে সেই দেবিক সেৱা কৰিছিল?

পৌলে এফেচত তিনি বচৰ মান থাকোঁতে কোন কোন মণ্ডলিলৈ পত্ৰ লিখিলে, আৰু তেতিয়া খ্ৰিষ্টৰ কিমান সঁক হৈছিল?

এফেচৰ পৰা পৌল কলৈ গল?

পৌলে য়িৰুচালমলৈ জাব খোজাত মণ্ডলিৰ লোকে তেঁওক কি কৈছিল?

ন. ল.

## পুৰণি অসম বুৰঞ্জি, নং ১৫ ।

Khuta Roja—War with the Koches and Noras.

লাকনি কামাও(২১) সঁকত ৰজা দেৱে বুৰা গোহাঁইকে, বৰ পাত্র গোহাঁইকে, ত্যাওতুকে, ৰূপ সন্দিকৈকে, এই চাৰিক পঠাই ফুচেঙ্গা নৰাক ধৰিব দিলেগৈ। পাচে চাৰিও গৈ জুধ ধৰিলেগৈ; তাতে আমাৰ লাড়ুকাই নামে মানুহ এটা পৰিল। পাচে ফুচেঙ্গা নৰা জুধে নোআৰি বালুকিয়া নগাত সোমালগৈ; তাৰ লৰা তিৰোতা সকল ধৰি আনিলে।

লাকনি ভাপচেও (২৩) সঁকৰ পুহত ৰজা দেৱে নামচাঙ্গত হাতি ধৰিলে। এনেতে কোঁচৰ ভিতৰুআলি ১, টেপু ১, এই দুই লুইতে উজাই আহি নামতি মুখত বন ধৰিলেহি। পাচে ৰজা দেৱে এই কথা সুনি, ৰজা দেও, চাৰিঙ্গ ৰজা, বৰ গোহাঁই, বৰ পাত্র গোহাঁই, বুৰা গোহাঁই, এই সকলেৰে গৈ নামতি মুখত জুধ ধৰিলেগৈ। কোঁচৰ মানুহ বিস্তৰ পৰিল। পাচে কোঁচে জুধে নোআৰি দুয়ো পলাল; কোঁচৰ বৰ নাও হিলৈ আনো অস্ত্র সস্ত্র আমাৰ মানুহে বিস্তৰ পাই আনিলে। আত পাচে ৰজা দেৱে ফাগুনৰ দিনত চাৰিঙ্গ ৰজাকে, বৰ গোহাঁইকে, বুৰা গোহাঁইকে, বৰ পাত্র গোহাঁইকে, এই চাৰিক পঠাই পুবাং, পুংসু, এই দুই নগাক ধৰিব দিলেগৈ। পাচে চাৰিও গৈ দুই নগাক ধৰি আনি ৰজা দেৱৰ ঠাইত দিলেহি। লাকনি বাইচিঙ্গা (২৪) সঁকত ৰজা দেৱে দিবাং নদিৰ মুখত হাতি ধৰিলে। তাৰ পৰা ৰজা দেৱে চাৰিঙ্গ ৰজাকে, বুৰা গোহাঁইকে, ৰূপ সন্দিকৈকে, এই তিনিক চুটিয়াৰ সেনাপতিক ধৰিব দিলেগৈ। পাচে তিনিও গৈ জুধ ধৰিলেগৈ। পাচে চুটিয়াৰ সেনাপতিএ পলাই গৈ কাত্‌ত্যা সোমালগৈ। আমাৰ লোকে পাচে পাচে খেদি নি কাত্‌ত্যা পুথুৰিখনা ঠাই পালেগৈ, তাতে চুটিয়াৰ সেনাপতিকো আন মানুহকো পাই ধৰি আনি ৰজা দেৱৰ ঠাইত দিলেহি। লাকনি মুংমুত (২৫) সঁকত ৰজা দেৱে চাৰিঙ্গ ৰজাকে, বুৰা গোহাঁইকে, আইতনিয়া নগাক জুজিবলৈ পঠালে। পাচে নগা পলাল, নগাৰ লৰা তিৰোতা সদৌকে ধৰি আনিলে। তাৰ পৰা খেৰেমিয়া নগাক ধৰি আনিলেগৈ; তাৰ পৰা চাৰিঙ্গ ৰজা, বুৰা গোহাঁয়ে জপনিক ধৰি আনিলেগৈ।

লাকনি প্লেকচান (২৬) সঁকত গুটি ওলাই আমাৰ মানুহ বিস্তৰ মৰিল। পাচে চাৰিঙ্গ ৰজা, বুৰা গোহাঁয়ে তাৰ পৰা আহি ৰজা দেৱক সেৱা কৰিলেহি। লাকনি খুতমিত সঁকত মাত্তৰা আহি নৰা ৰজাৰ গাঁও ভাঙ্গিলেহি; পাচে চুকন নৰা ৰজা ভাগি আহি খামজাঙ্গত ৰলহি। পাচে ৰজা দেৱে এই কথা সুনি তংখাম বৰ গোহাঁইকে, বলিয়া বৰ পাত্রকে, কনখাম বুৰা গোহাঁইকে, এই তিনিক পেঙ্গেৰাত গৰ বান্ধিব দিলেগৈ। পাচে ৰজা দেৱে খাওমুং খুকংকেৰিং ১, ৰাংমুঙ্গিয়া পিকতুনৰিন ১, ত্যিৰিংত্যাই ১, লাচামটৌ ১, এই চাৰিৰ হাতত ত্যাইখন খামকং হাতিত জোৰাই অনেক খনি সন্দেস নৰা ৰজালৈ দি পঠালে; আত বাজে হাতি সাতোটা দি পঠালে। আৰু কন্যা খুজিবৰ নিমিত্তে চিৰিঙ্গ সকলৰ হাতত জোৰন দিলে। সোনৰ খাৰু ১ জোৰ, কৰ্নবালা ১ জোৰ, বাঘৰ পতা ৰিৰি দুখাৰ, ভিঙ্গিৰ চেও দুখাৰ, হাতৰ চেও দুখাৰ, বাখৰাম আঙ্গঠি ১০, উজণ্টি ১০, ভৰিৰ চেও ২, কাপৰ দুসাজ, এই বস্ত্ত সকল আমাৰ মানুহে নি নৰা ৰজাক খামজাঙ্গত দিলেগৈ।

পাচে আহাৰৰ দিনত নৰা ৰজা জৌতক সহিতে ভাল মানুহ লগত দি ভনিএকক আমাৰ চিৰিঙ্গ সকলৰ হাতত ৰজা দেৱলৈ দি পঠিয়ালে। পাচে ৰজা দেৱে এই কথা সুনি বৰ গোহাঁই পৰিয়া ত্যাওলুংৰুকম ৰাজ মেওগ ১, তিৰিংচেংকং ১, এই দুইক অনেক সৈন্যেৰে কন্যা আগ বাঢ়ি আনিব দিলেগৈ; কন্যা চুক্রিংৰা মানুহ আহিছিলে। চুংলুংনখিৰা ১, কচাৰনবায়ু ১, খাওমুংতং ১, ৰিংৰনিক ১, ত্যাওলুংতাওফুলুং ১

এই পাঁচৰ লগত লইকিয়া, বৰা, পাইক, বিস্তৰ আছিচিলে। জৌতকিয়া বস্তু হাতি ১, ঘোঁৰা ১, বেটি ২ কুৰি, বন্দি ১২০, আন দ্ৰব্যো বহুত দিচিলে; তাৰে এটা ভাল মানুহক লইকিয়া পাতি দিলে, সেইটোকে হাতি এটা দিলে। পকা নামে দেওধাই এটা দিলে। কাতিৰ দিনত নৰা ৰজা ধামজাঙৰ পৰা আইতনত বলহি।

লাকনি কংকেও (২৯) সঁকত ৰজা দেৱে লাচামচেৰাইলুঙকে ১, তিৰিংচেঙকে ১, চিৰিংকচেঙকে ১, এই তিনিক পঠাই দিলে, নৰা ৰজাৰ জিএকক কথা হৈ পলুআই আনিবলৈ। পাচে তিনি চিৰিঙে গৈ ৰজাৰ জিয়ে কথা হঁওতে নৰা ৰজাৰ কুঁঅৰিএ জানি ৰজাত জনালে, বোলে, তোমাৰ জিএবক পলুআই নিবলৈ অচম কটকি তিনটা আছিচে। পাচে নৰা ৰজা তিনি কটকিক মাতি নি বুলিলে, পুলিম পুখাওৰ দিনত এনে কথা ন হল, এতিয়া নি কি এনে কথা হব, হাতিৰ দন্ত ওলালে নি কি সোমাই? তাঙৰ লোকৰ বচন এনে হব নে লাগে; পুৰ্ব্বতো আপোনাৰ ভনিক দিচোঁ; আকও জে জিক পলুআই নিবলৈ আহিচ, তোৰ ৰজা অজোগ্যে কথা সিকাই পঠাব পাই নে? এই দাই ধৰি আমাৰ লাচাম চেওৰাইলুঙকে, চিৰিঙকচেঙকে, এই দুইৰ কুঠাৰেৰে বুকু চিৰি আগ মঙহ কোআ লগুনক দিলে। তিৰিংচেঙ পলাই আহি সকলো কথা ৰজা দেৱত জনালেহি; পাচে নৰা ৰজা আহি আমাৰ ককম, খেৰেম, নামকক তিনিকো ভাঙিলেহি; ককমৰ পুতেক ত্যাওলুকক মাৰিলে। পাচে ৰজা দেৱে এই কথা সুনি তিপাম ৰজাকে, চাৰিঙ্গ ৰজাকে, বুৰা গোঁহাইকে, বৰ পাত্ৰ গোঁহাইকে, বৰ গোঁহাইকে, এই পাঁচক মুখ্য কৰি ফুকন বৰুআ ৰাজ খোআ এই সকলোকে ককমলৈ পঠালে। পাচে ইৰোৰে গৈ আলচ কৰি মানুহ ভাগ কৰি লৈ বৰ গোঁহাই ১, বৰ পাত্ৰ গোঁহাই ১, তিপাম ৰজা ১, ত্যাওককম ১, এই চাৰিএ দিহিঙৰ সোঁ ফালে গল, বুৰা গোঁহায়ে বাম ফালে গল, চাৰিঙ্গ ৰজা মাজে পাঙৰি গাঁয়ে গল। পাচে নৰা ৰজাই কোঁঠৰ পৰা ওলাই চাৰিঙ্গ ৰজাক জুধ ধৰিলে। চাৰিঙ্গ ৰজা বৰ নোআৰি দিহিঙত পৰিলহি, এনেতে আমাৰ লাপু সন্দিকৈ খেদি গৈ কটা কটি লগাই চাৰিঙ্গ ৰজাক একআলে। তৰাইখেক বুৰা গোঁহায়ে প্লাইত্যাং হাতিত উঠি জুধ ধৰিলেগৈ। পাচে নৰা ৰজা তৰাইখেক বুৰা গোঁহাইক হাতি কাচিৰে কাটিলে, লাইনাম কামাওত প্লাইত্যাং হাতিএ লৈতে পৰিল। পাচে তংধাম বৰ গোঁহায়ে দিহিঙৰ কাধৰত জুধ ধৰিলেগৈ। নৰা ৰজাৰ মানুহ বিস্তৰ পৰিল, নৰা ৰজাও ভাগি পৰ্ব্বত উঠিল। পাচে আমাৰ লোকে পাচে পাচে খেদি গৈ পালে হাতি এটা, ঘোঁৰা তিনটা; তাৰে এটা ঘোঁৰা সোনোআলি জিম বন্ধা, সুনিয়া কৰ ১। তৰাইখেক বুৰা গোঁহাইৰ মুৰে ভায়েকক বুৰা গোঁহাই পাতিলে।

লাকনি তাওত্যোও (৩০) সঁকত ৰজা দেৱে দিবাং মুখত হাতি ধৰিলে; হাতি ধৰা ঠাইৰ পৰা চাৰিঙ্গ ৰজাকে, বৰ গোঁহাইকে, বুৰা গোঁহাইকে, বৰ পাত্ৰ গোঁহাইকে, এই চাৰিক পেঙেৰাৰ গৰত থাকিব দিলে। এনেতে নৈৰিতি দিসত নেজ লগা তৰা এটা ওলাইচিলে, ৰাৰে হাত মান নেজ হব।

লাকনি কাপঙি (৩১) সঁকত ৰজা দেও সিঙৰি ঘৰত উঠি সিংহাসনত বহিল। লাকনি প্লেকচিঙা সঁকত ঢেকেৰি ৰজা ভোবৰ গুৰুকে, স্ৰি মুল লক্ষৰকে, এই দুইক পঠাই ৰজা দেৱত কোআলে, মোৰ ভনি চান্দকলাক প্ৰিতি কাৰনে মই ৰজা দেৱলৈ দিম। পাচে ৰজা দেৱে এই কথা সুনি হাতি ২ টা, ঘোঁৰা দুটা দি আমাৰ নিমতাৰ পুতেক লাচাম ১, বঙেৰামুন ১, এই দুইক পঠাই চান্দকলাক খোজালে; কুঁঅৰি খুজি আমাৰ মানুহে লৈতে তাৰ কটকি দুটা আছিল। এনেতে নৰা ৰজা নকিং, নাংধাম, এই দুই হাতি, ঘোঁৰা তিনটা আন বস্তু খুজি

পঠালে । আমাৰ ৰজা দেৱে এই কথা সুনি বুলিলে, সি নৰা ৰজাৰ ভাই পো নি কি? তাকে মই ধন দিম? এই বুলি নি দি নৰাক পঠাই দিলে ।

লাকনি কাকেও (৪১) সঁকত পৰ্বতিয়া আই কুঁঅৰি দেও মৰিল । লাকনি ৰাইজি (৪৪) সঁকত ৰৰ জনা আই কুঁঅৰি দেও মৰিল । লাকনি খুতচিঙ্গা (৪৮) সঁকত ৰৰ ভুঁইকঁপ গল । তাতে মাটি ফাটি বালি, লো, পানি ওলাল, ৰজা দেৱৰ হোলোঙ্গত সোঁওতে মানুহ এটা মৰিছিল । লাকনি মুংপ্লাও (৫৫) সঁকত ৰজা দেও স্বৰ্গি হল । এঁওৰ ভোগ ৫২ বচৰ । এই মানে খোৰা ৰজা দেৱৰ কথা সমাপত ।

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

গুআহাটি নগৰত ২৪ নবেম্বৰ তাৰিখত শ্ৰীজুত দেনফৰ্ত চাহাবৰ দোআৰাই শ্ৰী জেমচ সিৰৰাম ত্ৰিপ আৰু শ্ৰীমতি পতি, এই দুজন খ্ৰিষ্টিয়ান মানুহৰ বিবাহ কৰোআ হৈছিল ।

কাপ্তান লুইচ নামে এজন জাহাজৰ অধিকাৰে ৰাংগুন নগৰলৈ গৈ বোজাই মলত নগৰৰ মান অধিকাৰে তেঁওক মাতি মাতি অনাই ধন চলকৈ লবৰ নিমিতে ১০ দিনলৈকে বৰ দুখ আৰু অমৰ্জতা কৰিলে; সেসত তেঁও ৬০০ টকা ৰুপ দি তাৰ হাত সাৰি আহিল । পাচে এই সকলো কথা গবৰ্নৰ জেনৰল লৰ্ড চাহাবত বুজাই দিলত, লৰ্ড চাহাবে কম্পানিৰ চাৰি খান ৰনুআ জাহাজ তাৰ কাৰন সুধিবলৈ পঠাইচে ।

ফন নামে এখান জাহাজ চিঙ্গাপুৰৰ পৰা কলিকতালৈ আহোঁতে জাহাজৰ মলঙ্গ আৰু জাৰা দেসি ৰনুআই কোনো কাজত বেজাৰ পাই কাপ্তান ৰজৰ্চ আৰু তেঁওৰ সহাই দুজন চাহাবকো মাৰি পেলালে । জাহাজত কাপ্তান মেম চাহাব, আৰু আগেএ গুআহাটিত থকা বিচৰ মেম চাহাব লৰাই সৈতে গৈছিল । জাহাজিকবোৰে সিবিলাকক ধৰি সৰু নাৰত তুলি সাগৰত পঠাই দিম, ইয়াকে বুলি নাৰত সুমাই তলনৈ নৰ্মাওতে গুৰিৰ বান্ধ নে মেলি আগ কালৰ বান্ধ বেগাই মেলিলত নাও লুটি খাই সিবিলাক পানিত পৰি মৰিল । পাচে জাহাজত জুই দি বামলৈ পোনাই বালিত লগালে; তেতিয়া জি দুজন বঙ্গালি মানুহ জাহাজত আচিল, সিবিলাকে পলাই এই সকলো বাত্ৰা জনালেগৈ ।

এতিয়া প্ৰাই ৬ চবৰ হল, চৰ জন ফ্ৰাংকলিন চাহাবে উত্তৰ হিম সাগৰত ফুৰি বাটৰ মহলা লবলৈ তিনি খন জাহাজ আৰু চাৰি বচৰলৈ খোআ বস্তু লৈ জাহাজ মেলি গল ।



Sir John Franklin.

পাচে সিবিলাকৰ একো বাত্ৰা নে পাই খন চাৰেক ইঙ্গৰাজি আৰু আমেৰিকান জাহাজে তিনি বচৰ মান বিচাৰি ফুৰিচে । কিন্তু সেই সাগৰৰ সকলো ঠাইতে পানি সিল প্ৰকাত জাৰলৈ দুৰ্গম আৰু অতি ভই । ১৮৫০ সঁকৰ ২৭ আগষ্ট তাৰিখত ওএলিংতন সুঁতিৰ দাঁতিত ইঙ্গৰাজি দুখন, আমেৰিকাৰ দুখন জাহাজ বামত লগালত জাহাজিকবোৰে বামত ফুৰি থাকোঁতে তিনি মৈদাম পা-

সে; আৰু তাৰ ওপৰে কাঠত লিখা ফ্ৰাঙ্কলিন চাহাবৰ লগত জোআ তিনি মানুহৰ নাম পালে; পাচৰটো মৰা তাৰিখ ৩ এপ্ৰিল, ১৮৪৬। সিবিলাকে আন একো বাত্ৰা নে পালে; চেৰ জন ফ্ৰাঙ্কলিন আৰু তেঁওৰ লগৰ সকলো লোক কতোবাত মৰিল বুলি জানে। তেঁওৰ নকচা সি লুটিএ লিখা আচে। আমেৰিকাৰ জাহাজ এখন উভতি আহোঁতে ১৮৫০ সঁকত পানি সিলে বেৰি ধৰি কোনো কালে জাৰ নোঅৰাকৈ বন্ধ হোআত পানি সিলে ১০০০ মাইলতকৈ দূৰ বাট নি ১৮৫১ সঁকৰ ১০ জুনত সাগৰৰ মুকলি ঠাইত পেলালে।

তাৰ পাচে চেৰ জন ৰচ চাহাবে আন জাহাজে সৈতে হিম সাগৰৰ পৰা উভতি আহি এই বাত্ৰা আনিচে। আদম বিলাক নামে এজন গ্ৰিন্‌লণ্ডৰ আদি বাসি মানুহে প্ৰমান দি কৈচে, ১৮৪৬ সঁকৰ বচৰৰ সেসত ফ্ৰাঙ্কলিন চাহাবৰ দুখন জাহাজ কেপ নৰ্ত্তৰ উত্তৰ ফালে বামত লাগি ভাগিল; কেতবিলাক মানুহ বামত উঠি বধ্যা পৰিল, কিন্তু সেই জাৰ কালি ফুৰি ফুৰি জাৰ আৰু লঘোনৰ দোআৰাই নাইবা আদি বাসি সক্ৰুৰ দোআৰাই আটাই মৰিল। এতিয়া ফ্ৰাঙ্কলিন চাহাব আৰু তেঁওৰ লগৰ কোনোবিলাক জিয়াই থকাৰ সকলোৰে আসা গুচিল।

অক্তোবৰ ২০ তাৰিখত মান্দ্ৰাজ নগৰত কাইট চাহাবে বলুনত উঠি ওখ হলত এখাৰী বায়ুএ তাক বেগাই নি সাগৰৰ ফালৈ উৰুআলে; তাতে কাইট চাহাবে ভই পাই বেগাই বলুন নমালে, তথাপি বামৰ পৰা ২।৩ মাইলৰ আঁতৰত সাগৰত পৰিল, পাচে এক জাহাজ তাৰ ওচৰলৈ গৈ চাহাবক তুলি বধ্যা কৰিলে।

মাকাই নামে এজন চাহাবে ইঙ্গলণ্ডৰ পৰা আহি ডিলুপুৰ নগৰত ইস্কুল পাতিলে। তেঁওৰ দুই জিএক হৈচিল, ক্ৰমে তেঁওৰ ঘৈনিএক মৰিল। পাচে ৬ বচৰলৈকে সেই দুজন চোআলি ভাল ৰূপে পোহন পালন কৰি ৰাখিলে; কিন্তু এই বচৰত তেঁওৰ ভনিএক ইঙ্গলণ্ডৰ পৰা আহিলত তাইৰ হাতত চোআলিবোৰক দিলে। সেই ভনিএকে চোআলি দুষ্ট হোআ দেখি নিৰ্দ্দয়া ৰূপে মাৰিবলৈ আৰু আন তান সাস্তি দিবলৈ ধৰিলে। পাচে ৬ অক্তোবৰত পাৰে মানে মাৰিলত চোআলি এজনি মৰিল; সি জনিও এধা মৰা হল। সেই ৰূপে বধ কৰা কথা সুনি বিচাৰ কৰ্ত্তাৰ আগ্যাৰে ভনিএক আৰু চাহাবকো ধৰা পৰি কইদত ৰাখি থোআ হৈচে।

বল্‌তিক নামে এখান আমেৰিকান ভাপ জাহাজ আগষ্টৰ ৬ তাৰিখে লিবৰপুল নগৰ এৰি ৯ দিন ২০ ঘণ্টাত সাগৰ পাৰ হৈ নুয়ৰ্ক পালেগৈ। আগেয়ে ১০ দিনতকৈ তাকৰে সেই জাত্ৰা কেৱে কৰা নাই। তাৰ মধ্যম ৰূপ গতি ঘণ্টাই পতি ১৫ মাইল।

## ডিচেম্বৰ, অৰ্থাত পুহৰ পঞ্জিকা।

Almanac for December, 1851.

| ডিচেম্বৰ | আঘোন | বাৰ | তিথি | দিনমান | ডিচেম্বৰ | পুহ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৬ | ২ | ৮ | ১০।২৫ | ১৭ | ৩ | ৪ | ২৪ | ১০।১৯ |
| ২ | ১৭ | ৩ | ৯ | ১০।২৪ | ১৮ | ৪ | ৫ | ২৬ | ১০।১৮ |
| ৩ | ১৮ | ৪ | ১০ | ১০।২৩ | ১৯ | ৫ | ৬ | ২৭ | ১০।১৮ |
| ৪ | ১৯ | ৫ | ১১ | ১০।২৩ | ২০ | ৬ | ৭ | ২৮ | ১০।১৮ |
| ৫ | ২০ | ৬ | ১২ | ১০।২২ | | | | | |
| ৬ | ২১ | ৭ | ১৩ | ১০।২২ | ২১ | ৭ | ১ | ২৯ | ১০।১৮ |
| | | | | | ২২ | ৮ | ২ | ৩০ | ১০।১৮ |
| ৭ | ২২ | ১ | ১৪ | ১০।২১ | ২৩ | ৯ | ৩ | ১ | ১০।১৮ |
| ৮ | ২৩ | ২ | ১৫ | ১০।২১ | ২৪ | ১০ | ৪ | ২ | ১০।১৮ |
| ৯ | ২৪ | ৩ | ১৬ | ১০।২১ | ২৫ | ১১ | ৫ | ৩ | ১০।১৯ |
| ১০ | ২৫ | ৪ | ১৭ | ১০।২০ | ২৬ | ১২ | ৬ | ৪ | ১০।১৯ |
| ১১ | ২৬ | । | ১৮ | ১০।২০ | ২৭ | ১৩ | ৭ | ৫ | ১০।১৯ |
| ১২ | ২৭ | ৬ | ১৯ | ১০।২০ | | | | | |
| ১৩ | ২৮ | ৭ | ২০ | ১০।১৯ | ২৮ | ১৪ | ১ | ৬ | ১০।১৯ |
| | | | | | ২৯ | ১৫ | ২ | ৭ | ১০।১৯ |
| ১৪ | ২৯ | ১ | ২১ | ১০।১৯ | ৩০ | ১৬ | ৩ | ৮ | ১০।২০ |
| ১৫ | ১ | ২ | ২২ | ১০।১৯ | ৩১ | ১৭ | ৪ | ৮ | ১০।২০ |
| ১৬ | ১ | ৩ | ২৩ | ১০।১৯ | | | | | |

পূৰ্নিমা ৯ দিনৰ ৯।৪৫ উটি। আমাবাস্যা ২২ দিনৰ ৯। ৫২ ভাটি।

THE ORUNUDOI,
*Printed and Published by* O. T. Cutter, *at the Sibsagor Mission Press.*—N. Brown, *Editor.*

# অৰুণোদই

৬ বচৰ। মোং সিৱসাগৰ, ডিচেম্বৰ, ১৮৫১। নম্বৰ ১২।

VOL. VI. SIBSAGOR, ASAM, DECEMBER, 1851. NO. 12.


## আমেৰিকা দেসৰ পচিম ভাগ।

The Western States of North America.

উত্তৰ আমেৰিকাৰ পচিম ফালে ৰকি নামে এসাৰি পৰ্বত উত্তৰা দখিনাকৈ আছে। সাগৰৰ পৰা ৫।৬০০ মাইল আঁতৰ হৈছে। তাৰ কোনো কোনো ওখ টিঙ্গ জাৰ আৰু ঘাম কালিও হিমে ঢকা হৈ থাকে। কেতবিলাক টিঙ্গ ৭।৮০০০ হাত ওখ হৈছে। সেই পৰ্বত সাৰিৰ পচিম ফালে আমেৰিকা মিল দেসৰ পচিম ভাগ আছে; পৰ্বতৰ পৰা সাগৰলৈকে মাটি ক্ৰমে ক্ৰমে চাপৰ হৈ থাপ থাপকৈ ভৈয়াম হৈ আছে। আৰু সাগৰৰ পৰা ১০০ মাইল মান আঁতৰ হৈ থকা আন এক সাৰি পৰ্বতো আছে; সেই পৰ্বতত সোন পোৱা জাই।

আমেৰিকাৰ এই পচিম ভাগত অৰেগন, কালিফৰ্নিয়া, ইউতা, আৰু নুমেক্চিকো, এই চাৰি দেস আছে। উত্তৰ ফালে অৰেগন দেস; তাৰ মাজে দি অৰেগন নামে এখন বৰ নদি বৈ গৈ পাচিফিক সাগৰত পৰিছে। ১৭৯১ সঁকত গ্ৰেই নামে বস্তন নগৰৰ এক জাহাজৰ কাপ্তানে সেই নদি দেখা পাই উজাই গৈছিল। পাচে সেই নদিৰ মহলা লবলৈ ১৮০১ সঁকত লুইচ আৰু কিলাৰ্ক নামে দু জন আমেৰিকাৰ লোক ৰকি পৰ্বত পাৰ হৈ অৰেগন নদিত পৰা দু খন নৈ পালে। তাৰ সেই উত্তৰ খন নদিৰ নাম কিলাক, দখিন খনৰ নাম লুইচ। সেই দুই নদি জোগ হোৱা ঠাইত অলপ ভাটি ফালে ওআলোআলা নামে এখন নগৰ পাতিছে। সেই জোগ হোৱা ঠাইৰ পৰা নদিৰ মুখলৈ ৪১৩ মাইল।

বাৰিখাত অৰেগন নদি অতি ডাঙ্গৰ, চাপৰ ভৈয়ামবোৰক তল কৰে, আৰু পৰ্বতৰ বহু কাঠ জাঁজি উটি আহে। খেতি কৰিবলৈ মাটি বৰ উৰ্বৰা ন হই। উইলামেত নামে দখিনৰ পৰা অহা এখান নৈ অৰেগন নদিত পৰিছে। তাৰ দাতিত মাটি সাৰুআ; আৰু অৰেগন নামে এখন নগৰ পাতিছে।

অৰেগন নদিৰ মুখত জাহাজ সোমাবলৈ কঠিন; কিয়নো অনেক চটৰ মাজত সুঁতি পাক হৈ গৈছে, দ পানিএ দি নো জোআত কেতিয়াবা জাহাজ চটত লাগি ভাগে। মুখৰ পৰা নদি পতনলৈ ১৮৩ মাইল হৈছে; তালৈকে বৰ জাহাজ জাব পাৰে। পতনৰ উজনি ফালে আৰু ৭০ মাইল মান বৰ নাও অহা জোআ কৰিবলৈ বাধা নাই; কিন্তু সেই ঠাইত ১৫ হাত ওখ গৰা হোআত আৰু বৰ পতন হৈছে। তাৰ পৰা লুইচ আৰু কিলাৰ্ক নদি জোগ হোআ ঠাইলৈকে নাও চলাবলৈ সুগম। সেই জোগ হোআ ঠাইৰ ওচৰতে নদি প্ৰাই ২০০০ হাত বহল।

অৰেগন নদিৰ উত্তৰ ফালে ৰেনি নামে ৮,২২০ হাত ওখ হোআ এটা বল্কেনো অৰ্থাত জুই ওলোআ পবত আছে। নদিৰ

দখিন ফালে হুদ নামে বৰ ওখ টিঙ্গ আছে।

অৰেগন দেসত ঠায়ে ঠায়ে ইঙ্গৰাজি আৰু আমেৰিকান লোকে নিবাস কৰিবলৈ ধৰিচে। অনেক মিস্যনেৰি লোকো গৈচে; কিন্তু সত্রুৰ কাৰনে আবৰ লোকৰ মাজত বহু সিস্য কৰিবলৈ নে পালে। সেই দেসৰ নিবাসি বগা লোক ১৫,০০০ মান হৈচে।

অৰেগন নদিত বচৰি বহু মাচ ধৰে, সেই মাচৰ নাম চামন, খাবলৈ অতি ভাল। অৰেগন নদি ঠায়ে ঠায়ে বৰ ওখ গৰাৰ পৰা পৰাত মাচবিলাক সেই গৰাত উজাই জাঁওতে বৰ দুখ পাই; নদিৰ উজনি ফালে জি মাচ ধৰে, সেইবোৰ খিন কঁটিয়া আৰু সিলত ঘা লগা হৈচে। কিন্তু নদিৰ মুখত জিবোৰ মাচ পাই, সেইবোৰ তেলাল সোআদ। ঘাম কালি হলে আদি বাসি লোকে মাচ ধৰে, আন কেই মাহত এলাহ কৰি থাকে। জাৰ কালি দুই তিনি মাহ মাটিত হিম থাকে; পাচে বসন্ত কাল হলে গচৰ সিপা আৰু বন কচু বিচাৰি বিচাৰি আৰু চিকাৰ কৰি খাই।

অৰেগনৰ মাজ ঠাইত চেপেটা মুৰিয়া আবৰ থাকে। সকতে মাক বাপেকে মুৰ চেপেটা কৰিবলৈ কঁপালত পাট এচটা আৰু পিচ ফালে এচটা বান্ধি ৰখাত মুৰ সেই দৰে বাৰ্হি জাই। আগ ফালৰ পৰা চালে মুৰ বহল দেখে, কোনৰ পৰা চালে চেপেটা আৰু ওখ। সিইঁতে পহুৰ চাল আৰু মনি আদি অলঙ্কাৰ পিন্ধে; জাৰ কালিত চালৰ জোঁতা আৰু গাত মহৰ সুকান চাল লই। সিইঁতৰ অধিকাৰে দণ্ড কৰিবলৈ সক্তি নাই, কোনোএ জদি জগৰ কৰে, সকলোএ আলচ কৰি তাক দণ্ড দিএ, বা সিইঁতৰ মাজৰ পৰা খেদে। এক ইশ্বৰ আছে বুলি জানে, কিন্তু দেৱতাবোৰক অনেক অনেক আচৰিত ভাৱে পূজা কৰে। পহু, মাচ, গুটি, এইবিলাক সৰহ হবৰ নিমিত্তে সিইঁতে তপত সিল পানিত পেলাই হাতেৰে উলিয়াই নিএ। কিন্তু লঘোন ন কৰাকৈ এই কৰম ন কৰে। জিয়াই থাকোঁতে সিইঁতৰ জিৱাত্মা কেতিয়াবা সৰিলৰ পৰা ওলাই আঁতৰি জাই বুলি জানে; এনে অৱস্থা হলে সিইঁতে বেজক মাতে, তাতে সি আহি কিবা মন্ত্রেৰে আকও তাক সুমাই দিএ।

দিফুকা সুঁতিৰ ওচৰত থকা আবৰ লোক চুটি, সকত আৰু টান পকিয়া। সিইঁতবো মুৰ চেপেটা, গালৰ হনু ওখ, চকু আঁতৰ, নাকত ৰুপৰ সলা মাৰে। সিইঁতৰ মাত চৰাইৰ দৰে কিলিক কালাক কৰে। সেই জাতিৰ নাম কালালাম। মতা মাইকিএ একে বেস ধৰে; চুলি আউল জাউল, আৰু বৰ মলিন। সৰু লৰাক গচৰ চালেৰে মেৰাই গচৰ ডালত আৰি থই; কান্দিলে মাকে ভৰিৰ আঙ্গুলিত লগোআ জৰিৰে টানি লৰাই দিএ। আন আবৰতকৈ সিইঁত বগা। সিইঁতে মৰা স নো পোতে; পাটিৰে নুৰিয়াই আওজাই থই; পাচে গোজ পুতি বেৰি ওপৰত পাট দিএ। আন কোনো ঠাইত চাৰি জোপা গচৰ মাজত নাও খন বান্ধি আৰি তাৰ ভিতৰতে মৰা স পচিবলৈ থই। গাম মৰিলে তাৰ পিন্ধা ওৰা খোআ লোআ আৰু চিকাৰ কৰা বস্তু মৰাৰ লগত নাৰতে থই।

পুব ফালে চাপ্তিন বা নেস্পৰ্চি আবৰ থাকে; সিইঁত বৰ টান মানুহ। ভাগৰ লগাক এক দেৱতা বুলি মানে; তাক দৰ্সন কৰিবৰ নিমিত্তে ১৮ বচৰ বয়সিয়া সকলো ডেকা লোকে ৩। ৫ বা ৭ দিনলৈ আপোনাৰ গাত এই ৰুপে দুখ দিএ। এহাত দিঘল তিনি চাৰি ডাল আচাৰি লৈ একে বেলি মুখে দি পেটলৈকে সুমাই উলিয়াই থাকে, তাতে উগাৰি সকলো বস্তু বঁতিয়াই। পাচে বহিৰৰ নিমিত্তে পানিৰ ওচৰত এটা গাঁত খানি থই। দুতিয় দিনত লঘোনে থাকি আকও আচাৰিবোৰ লৈ মুখৰ পৰা নাইলৈকে জোখেৰে কাটি সুমাবলৈ ধৰি তল পেট নো পোৱে মানে খুঁচি খুঁচি থাকে। জেতিয়া ডিঙ্গিত ঘা লাগে, তেতিয়া এডাল এডাল কমকৈ আচাৰিবোৰ সুমাই। এই ৰুপে দুপৰলৈকে কৰি পাচে চেঁচা পানিত সোমাই গধু-

লিলৈকে ভাতে থাকে। এই ৰূপে ত্রিতিয় দিনতো কৰি, অলপ মাৰৰ বাহিৰে একো নে খাই। চতুর্থ দিনত কেতখনি সিল তপ-তাই পানিৰে গাঁত পুৰ কৰি তাত সোমাই সেই তপত সিলেৰে সহিত পৰাৈলেকে পানি তপতাই; পাচে ওলাই বেগতে চেঁচা পা-নিত সোমাই। সেই ৰূপে তপতৰ পৰা চেঁ-চালৈ দিনটো সদায় কৰি থাকে। তাৰ পৰা আৰু ২।৩ দিন সেই ৰূপে কৰি, আমি সকলো দুখ ভাগৰ দমন কৰিব পাৰোঁ বুলি জানে। বচৰি বচৰি এই ৰূপে কৰে। সেই জাতি আবৰে এদিনত ১০০ মাইলৰ বাট জাব পাৰে।

কলা ভৰিয়া আবৰ ৰকি পর্বতৰ ওপৰত থাকে; সিইতৰ সংখ্যা আন্দাজে ২০,০০০ মান হৈছে। সিইঁতে ৰন কৰি সকলোৰে বিৰোধ হৈ থাকে।

আৰু লুইচ নদিৰ ওপৰ ভাগত স্যস্যোন বা সর্প আবৰ নামে ১৫,৫০০ মান সংখ্যা-ৰে প্রধান এজাক আছে। তাত বাজে বনাক, চাম্লিচ, কাউৰি আদি অনেক জাত আছে। মক্কি নামে বগা আৰু সভ্য এক জাত ইউতা সৰোবৰৰ ওচৰত আছে বুলি কই।

ক্লিামেত আৰু স্যাস্তি আবৰ অতিসই দুষ্ট; সিবিলাকৰ মাজত সভ্য লোকে ফুৰিব নোআৰে। স্যাস্তি আবৰে ধেনু কাঁৰ মাৰি-বলৈ বৰকৈ জানে। ২০০ হাতৰ আঁতৰত লোকে হিলৈৰে জিমান ঠিককৈ গুলিয়াব পা-ৰে, সিইঁতেও কাঁৰেৰে সেই মানত মানুহ মাৰিব পাৰে। স্যাস্তি পর্বত প্রায়ে ৯,৫০০ হাত ওখ হৈছে।

অৰেগনৰ দখিন ফালে সাগৰৰ দাঁতিত কালিফর্নিয়া দেস আছে। তাৰ উতৰ ভা-গত চাক্রামেন্তো নদি দখিনলৈ বৈ গৈছে। চাক্রামেন্তো নামে এজাত আদি বাসি লোক থাকে, সিবিলাকৰ সংখ্যা প্রায়ে ৪০,০০০। সেই জাতি এজন মানুহৰ নকচা ইয়াত লি-খা আছে। অৰেগনৰ আবৰতকৈ সিইঁত কলা; ওঁঠ ডাঙ্গৰ, নাকো বহল চেপেটা,



Californian Indian.

চুলি দিঘল পোন, বান্ধিলে কৰঙ্গনত পৰে; কিন্তু প্রায়ে তাক কাটি এবেগত মান ৰাখে, সি চাৰিও ফালে বিচাৰ নোমৰ দৰে থিয় হৈ থাকে। কঁপাল ঠেক, ডাঁৰি উভলা। মতাতকৈ তিৰোতা মানুহৰ গাত সৰহ আঁক দিএ; তিৰোতাৰ গাত লাঙ্গটি থাকে, মতাৰ একো নাই। জাৰ কালিত পহুৰ চাল গাত লই; জি মানুহৰ নাই, তাৰ গাত ডাঠকৈ মাটি লিপি, তাৰে উম পাই বুলি কই। ঘৰ সাজিবলৈ গোঁজ পুতি আগ একে ঠাই কৰি বান্ধি চাৰিও পোনে বেঁতেৰে বাৰ বৈ

ওপৰত খেৰ দিএ; ভিতৰে ঠাই ৭।৮ হাত মাথোন বহল। তাতে মত্তা মাইকি ১০।১২ জন মাঙ্গট আৰু উৰহ্ ওকনিৰে পূৰ্ হৈ থাকে, অতি অসভ্য খিন লগা মানুহ্। কাঠ, সামুক আৰু চৰাই পাখিৰ অলঙ্কাৰ পিন্ধে, সকলো বস্তু খাই। বিয়া কৰোঁতে পৰিয়ালৰ অৰ্থে একো বাধা নাই, এটা মানুহে মাক আৰু জিএকবিলাককো লই। মাইকিবোৰে আটাই কাম কৰে, মত্তাবোৰে এলাহ্ কৰি কাল নিয়াই, কাঁৰত বৰ টল। চান ফ্ৰাঙ্কিকোৰ উত্তৰ ফালে মৰাবোৰক পোৰে, দখিন ফালৰবোৰক পোতে। তিনি চাৰি দিনলৈকে পৰিয়ালে মৈদামৰ ওচৰত বিলাপকৈ কান্দে। সাহিয়াল সত্ৰুক মাৰিলে তাক মৰ্জ্জা কৰিবৰ নিমিত্তে তাৰ এভোখৰ মঙ্গহ্ খাই। আৰু তাৰ চকু উলিয়াই আনে জেনেকৈ মুৰৰ খোলা ৰাখে, সেই ৰূপে চকু কিবা দৰবেৰে নে গেলাকৈ ৰাখে। নৰিয়া পৰিলে, দুই উপাই মাথোন আচে; প্ৰথম উপাই, ভিজিলৈকে তপত বালিএৰে পুতি থই, ঘাম বৰকৈ ওলালে নৰিয়াক উলিয়াই চেঁচা পানিত পেলাই। দুতিয় উপাই, যঁৰাৰ নিচিনা সৰু ঘৰ বোকাৰে লিপি তাৰ মুখত জুই ধৰাই। পাচে নৰিয়াবিলাক সোমাই তাপ সহিব পৰালৈ সামুকেৰে গা চাঁচি থাকে, পাচে ওলাই চেঁচা পানিত পৰে।

ইউতা সৰোবৰৰ পৰা জিলা নদিলৈকে ইউতা আৰৰ বহু ঠাই জুৰিচে। সিবিলাকৰ সংখ্যা ২০,০০০ মান হৈচে; কিন্তু সিইঁতৰ দুই তিনি জাত আচে। সিইঁতে নুমেক্চিকো লোকৰ পৰা চুৰ কৰি নিয়া ভালেমান জাক মেৰ চাগ আচে। মেৰৰ নোমেৰে সিইঁতে বৰ ভাঠ কাপৰ বই, সেই কাপৰত দিনটো পানি ৰাখিলে তেও এটোপাও সৰকি নে জাই।

ইউতা সৰোবৰৰ দখিন ফালে জি ডাঙ্গৰ বালি থাকে, তাত পায়ুত নামে এবিধ বৰ নিচ মানুহ থাকে। কুমজেলুকা এটাও জত্তে খাবলৈ পাই, তাতে সিইঁতে নিবাস কৰে। কেতিয়াবা কেতিয়াবা খিন কঁটিয়া এটা হৰিনা পাই, তাৰ গাটো ওকনিৰে পূৰ হই, সেইবোৰকো খাই, আৰু আপোনাৰ মুৰতো সৰহকৈ ওকনি পুহি খাই থাকে; পৰুআ পিপৰা, ফৰিঙ্গ, আৰু জেঠিও খাই। হাতেৰে ধৰিব পাৰিলে মাথোন জিয়াই খাই থই। আন আৰৰে আৰু নুমেকচিকো লোকে সিইঁতক ধৰি বন্দি কৰি বেচে।

ইস্পানিয়া লোকে প্ৰথমে কালিফৰ্নিয়া দেস দৰ্সন পালে, আৰু ঠায়ে ঠায়ে ৰুমিয়া পাদুৰিএ ২১ খন সত্ৰ থাপন কৰিলে। ১৬৯৭ সঁকত পাদুৰি চাল্ৱাত্তিএৰাই দখিন কালিফৰ্নিয়া দেসত ধৰম সিকাবলৈ ধৰিলে। ১৭৬৯ সঁকত চান্দিএগো নগৰৰ সত্ৰ, আৰু ১৭৭৯ সঁকত চান ফ্ৰাঙ্কিস্কোৰ সত্ৰ পাতিলে। সেই সকলো সত্ৰবোৰৰ ভকতবিলাকে খেতি কৰি, গৰু মাৰি, তাৰ চাল আৰু তেল বেচি পঠাই বৰ চহকি হল। আৰু সত্ৰই সত্ৰই ১,০০,০০১ মান গৰু পুহিলে, ঘোঁৰাও অনেক আছিল।

কালিফৰ্নিয়া মেকচিকো দেসৰ তল হৈচিল; কিন্তু ১৮৪৭ সঁকত মেকচিকো আৰু আমেৰিকা মিল দেসৰ মাজত ৰন হোআত মিল দেসে জিনি কালিফৰ্নিয়া দেস ললে। পাচে ১৮৪৮ সঁকত চান ফ্ৰাঙ্কিস্কো ঘুলিৰ ওচৰতে বহু সোন পালে; সেই কালৰে পৰা সকলো দেসৰ মানুহে সোন বিচাৰিবলৈ খেদি গৈ, অনেক ডাঙ্গৰ নগৰ হৈচে। চান ফ্ৰাঙ্কিস্কো নগৰৰ লোক প্ৰাই ৪০,০০০। চাক্ৰামেন্তো, বিনিচিয়া আদি আন নগৰকো চাক্ৰামেন্তো, চান জোআকিম, এই দুই নদিৰ দাঁতিত পাতিচে। চান ফ্ৰাঙ্কিস্কোৰ পৰা অহা ৬৫ খন জাহাজ ১৮৫০ সঁকৰ ১ ডিচেম্বৰৰ পৰা এবচৰৰ ভিতৰত পোন বাটে দি পচিম ফাললৈ আহি কলিকতা নগৰ পাইচেহি। পাল তৰা জাহাজ কেতবিলাক ৭৮।৮০ দিনত সেই দূৰ জাত্ৰা কৰি আহিচে। আমেৰিকাৰ পৰা পূব ফাললৈ আহি কলিকতা পাবলৈ ৩ মাহতকৈ অধিক লাগিব।

## য়িৰুচালমলৈ পৌলৰ সেস জাত্ৰা।

Paul's Last Visit to Jerusalem.

তেতিয়া সিবিলাকৰ পৰা বিদাই হৈ, জাহাজত উঠি কো মাজুলি পালে; তাৰ পাচ দিনা ৰদা মাজুলিত থাকিল। তাৰ পৰা পাতাৰালৈ গৈ ফৈনিকিয়ালৈ জোআ এখন জাহাজ পাই, তাতে উঠি চুৰিয়া দেসলৈ গৈ চোৰ নগৰ পালে। তাতে সিস্যবিলাকক পাই সিবিলাকে সৈতে সাত দিন থাকিল। তাত থকা ভায়েকবিলাকৰ মাজৰ কোনোএ আত্মাৰে সৈতে জানি, পৌলক য়িৰুচালমলৈ নে জাবলৈ বাধা কৰিলে। কিন্তু পৌলে সিবিলাকৰ কাৰো কথা নু সুনি, তাৰ পৰা জাহাজ মেলি তলমাই নগৰ পোআত পানিএ জোআ বাট ওৰ পৰিল। তাতো ভাইবিলাকক পাই, সিবিলাকৰ লগত এৰাতি থাকি পাচ দিনা গৈ কৈচৰিয়া নগৰ পোআত সাত জন সেৱকৰ মাজৰ ফিলিপৰ ঘৰ পাই তাতে ভালে দিন থাকিল। পাচে য়িৰুচালমৰ পৰা আগাব নামেৰে এজন ভবিস্যত বক্তা আহি পৌলৰ কাৰনে ভবিস্যত বাক্য কলে, বোলে, এই টঙ্গালি জাৰ, সেই মানুহকে য়িৰুচালম নগৰত এই ৰূপে বান্ধি বিদেসি লোকৰ হাতত সোধাই দিব। তাকে সুনি পৌলৰ লগৰ আৰু সেই ঠাইৰ মানুহেও তেঁওক য়িৰুচালমলৈ নে জাবৰ কাৰনে অনেক বাধা কৰিলে। কিন্তু পৌলে কাৰো কথা নু সুনি প্ৰভুৰ নামত কেৱল বান্ধ লবলৈ ন হই, মৰিবলৈকো জুগুত হল। তেতিয়া সিবিলাকৰ পৰা য়িৰুচালমলৈ গল; আৰু বাটত জাঁওতে কুপ্ৰ দেসি এজন বুৰা সিস্যৰ ঘৰত আলহি হৈ থাকিল। পাচে তাৰ পৰা গৈ য়িৰুচালম নগৰ পালত ভায়েকবিলাকে আনন্দেৰে সিবিলাকক গ্ৰাজ্য কৰিলে। তাৰ পাচ দিনত সকলো পাঁচনি আৰু ব্ৰিধ লোক য়াকোবৰ ওচৰত গোট থাই পৌলৰ দোআৰাই বিদেসিৰ মাজত ইশ্বৰে সিবিলাকলৈ পবিত্ৰানৰ দুআৰ মেলি জি জি কৰম কৰালে, তাকে সুনি আনন্দ পালে। কিন্তু পৌলে বিদেসি য়িহুদি ভায়েকবিলাকৰ আগত মোচাৰ বিধানৰ মতে চৰ্মচেদনৰ কথা সিকিবলৈ আৰু তাক পালন কৰিবলৈকো বাধা কৰাত তেঁওক সিবিলাকে দোস ধৰিলে। কিন্তু আন য়িহুদি ভায়েকবিলাকে তাক জেন ৰূপ নু বুলিব, তাৰ কাৰনে সিবিলাকৰ আচাৰৰ দৰে মুৰ খুৰাই আপোনাক মন্দিৰত সুচি কৰিবলৈ আদেস কৰিলে। পাচে সেই ৰূপে সাত দিনলৈকে পৌলে মন্দিৰত আপোনাক সুচি কৰি থকাত আচিয়া দেসৰ কেতবোৰ য়িহুদি মানুহে পৌলক মন্দিৰত দেখা পাই সমুহ লোকবোৰক উদগাই ধৰিলে। আৰু মন্দিৰৰ বাজ কৰি মাৰিবৰ উপাই কৰোঁতেই লুচিয়া হাজৰকিয়া আহি, সিইতৰ হাতৰ পৰা পৌলক কাৰ্হি আনিলে। তাতে পৌলে জখলাৰ ওপৰত থিয় হৈ আপোনাৰ কথা কলে; অৰ্থাত তেঁও তাৰ পুৰ্বে কেনে মানুহ আচিল, আৰু তাৰ পাচত প্ৰভুএ দৰ্সন দিয়াত কেনেকৈ কিৰ্তন কৰা বাৰ পালে, তাকে সিবিলাকৰ আগত প্ৰকাস ৰূপে কলে। তেঁওৰ সেই কথা কিচুমানলৈ সুনি মানুহবোৰে একে মাতেৰে ৰিঙিয়াই কলে, এই মানুহক ভুলোকৰ পৰা গুচুআ হওক, কিয়নো ই আৰু জিয়াই থাকিব নে পাই। তাতে হাজৰকিয়াই মানুহৰ এনে এৰাও সুনি পৌলে কি দোস কৰিলে, তাকে জানিবৰ নিমিত্তে তেঁওক বান্ধি সাস্তি কৰিবলৈ আগ্যা কৰিলে। কিন্তু পৌলে তাকে দেখি কলে, ৰুমিয়া মানুহ জি মই, মোত একো দোস নো পোআকৈ মাৰিব পাই নে? এই কথা সুনি হাজৰকিয়াই ভই পাই তেঁওৰ বান্ধ মেলিলে; কিয়নো জি জি ৰুমিয়া মানুহ হই, আৰু জিবোৰ ৰুমিয়া নগৰত জনম পাই, সেই সকলোবোৰ সেই কালত প্ৰধান লোক আচিল, আৰু তেনেবিলাকক কেতিয়াও চাবুকেৰে কোবাব নে পাই, ৰুমিয়া ৰজাৰ এনে আগ্যা আচিল।

পাচ দিনা সকলো মানুহ আৰু হনানিয়া নামেৰে বৰ পোৰোহিত মেলত বহি পৌলৰ

সোধ কৰিবৰ কাৰনে গোট খালে; তাতে সিবিলাকৰ এভাগ ফিৰুচি আৰু এভাগ চিদুকি দেখি পৌলে মেলৰ মাজত উঠি কলে হে ভাই সকল, মই ফিৰুচি মানুহ আৰু ফিৰুচিৰ পুতেক, মৰাবিলাক উঠিবৰ আসাৰে আজি মই তোমোলাকৰ মেলত পৰিলোঁ। সেই কথা শুনি মানুহ দুই ভাগ হল; ফিৰুচিৰ ভাগে পৌলৰ কথাত ভাল পালে, কিন্তু চিদুকিৰ ভাগে তেঁওৰ কথাত অতি খঙ হল। তাকে দেখি হাজৰকিয়াই পৌলক ভোখৰ ভোখৰ কৰিব বুলি জানি ঘৰ কাৰেঙত থবলৈ আগ্যা কৰিলে।

সেই হুৱা মুৱাৰ কাৰনে পৌলক ঘৰ কাৰেঙত সুমাই থোআত, সেই ৰাতিতে প্ৰভুএ তেঁওক দৰ্সন দি কলে, তুমি নিৰ্ভই হোআ কিয়নো য়িৰুচালমত জেনেকৈ ৰোম নগৰতো তেনেকৈ মোৰ অৰ্থে তুমি প্ৰমান দিব লাগিব। পাঁ ২৩:১১। পাচে দিন হলত দু কুৰিতকৈ অধিক লোকে পৌলক মাৰিব নোআৰোঁ মানে আমি একো খোআ বোআ ন কৰিম বুলি সপত কৰিলে; আৰু সেই কথা সিধি কৰাবৰ নিমিত্তে অধ্যাপক আৰু পোৰোহিতবিলাকৰ আগত জনাই জি ৰূপে পৌলক মাৰিব পাৰিব, তাৰে আলচ দিলে। পাচে পৌলৰ ভাগিনে সেই কথাৰ বুজ পাই তেঁওত বুজালে। তাতে পৌলেও সেই কথাৰ বুজ পাই হাজৰকিয়াত জনাই দিয়ালে। তেতিয়া হাজৰকিয়াই এনে জানি ৰাতিএই পৌলক চাৰি স নবৈ সেনাৰ লগত কৈচৰিয়া নগৰত থকা ফিলিক অধিকাৰৰ তলৈ এক পত্ৰ লিখি পঠাই দিলে। সিবিলাকে ৰাতিতে পৌলক নি আন্তিপাত্ৰি নামে এক নগৰ পোআই তাৰ পৰা আন চাৰি স সেনা উভতি আহিল; কিন্তু নবৈ জন ঘোঁৰা চিপাহিএ তেঁওক নি কৈচৰিয়া নগৰত ফিলিক অধিকাৰৰ হাতত সোধাই দিলে। তাতে অধিকাৰে সেই পত্ৰ পৰ্হি পৌলক হেৰোদ ৰজাৰ কাৰেঙত ৰাখি থোআলে। এই ৰূপে ইশ্বৰে আপোনাৰ সেৱকক মানুহৰ সকলো ৰাঙ্গাৰ পৰা ৰখ্যা কৰিলে; আৰু জিবিলাকে সিংহৰ দৰে পৌলক নষ্ট কৰিবৰ অপেখ্যাৰে গুঁজৰি আছিল, সেইবোৰ আপুনি আপোনাৰ কৰমতে লাজত পৰিল। তাতে এই লিখা বচন পুৰ হল; ইশ্বৰে আপোনাৰ লোকক ৰাখিব জানে, কিন্তু অপৰমাৰ্খিকইত আপোনাৰ কৰমতে লাজত পৰে।

ইয়াৰ পাঁচ দিনৰ মুৰত বৰ পোৰোহিত হনানিয়া আৰু তৰ্তুল নামে এক কথকিএ সৈতে আহি ফিলিক অধিকাৰৰ আগত পৌলৰ অহিতে মিচা অপবাদ দি কলে; এইটো মানুহ বৰ দুষ্ট নাচৰিয়া কুমতৰ প্ৰধান হৈ সকলো ঠাইতে থকা য়িহুদি লোকক ৰাজ দ্ৰোহলৈ অনুমতি দিচে, সেই কাৰনে আমি তাক ধৰি আমাৰ বিধানৰ মতে সোধ কৰিব খুজিচিলোঁ, কিন্তু লুচিয়া হাজৰকিয়াই আহি আমাৰ হাতৰ পৰা কাৰ্হি নিলে। এই ৰূপে নানা অপবাদেৰে কোআত অধিকাৰে পৌলক আপোনাৰ কাৰনে উত্তৰ কৰিবলৈ আদেস কৰিলে। তাতে পৌলে উত্তৰ কৰি কলে, সিহঁতে জি কথাৰে মোক অপবাদ দিচে, সেই কথা নিচয়ে মিচা; কিয়নো মই য়িৰুচালমলৈ জোআ আজি বাৰে দিন মাথোন হৈচে, আৰু তাত কেৱল পাঁচ দিন মানহে আচিলোঁ, তেন্তে কি ৰূপে সেই পাঁচ দিনত সকলো ঠাইৰ য়িহুদিবোৰক ৰাজ দ্ৰোহলৈ অনুমতি দিব পাৰোঁ, ইয়াক আপুনি ভালকৈ জানিব পাৰে। তাত বাহিৰে সিহঁতে মোক কোনো নাম ঘৰত বা মানুহৰ মাজতো হুৱা মুৱা কৰা পোআ নাই; কিন্তু মন্দিৰৰ ভিতৰত ইশ্বৰলৈ সেৱা কৰোঁতেহে পালে। এই সকলোতে সিহঁতে মোক একো অপবাদ দিব নোআৰে। সেই কথা সুনি পৌলত কোনো জগৰ নে পালে, তথাপি অনিয়াই কৰি য়িহুদিবিলাকক সন্তোস কৰাবৰ মনেৰে দুই বচৰলৈকে বন্দিসালত পৌলক ৰাখি থলে। কিন্তু মাজে মাজে ফিলিকে আৰু দ্ৰুচিলা নামে তেঁওৰ ভাৰ্জা এই দুয়ো পৌলক মাতি আনি তেঁওৰ মুখৰ পৰা খ্ৰিস্টৰ

কথা সুনিলে সেই কথাই আপোনাৰ মন বিস্বাত কঁপিবলৈ ধৰি কলে, এতিয়া তুমি জোআ, পাচে আজৰি পালে মতাই আনিম। এই ৰূপ মানুহ জগতৰ ভিতৰত কিমান হেজাৰ হেজাৰ আচে। ইস্বৰৰ কথা জেতিয়া সুনে তেতিয়া আপোনাৰ মনত নিচয়ে সত্য বুলি জানি তাৰ কাৰনে অতিসয়ে ভই পাই; কিন্তু এনে পবিত্ৰ আৰু সত্য নিয়াইৰ কথা সহিব নোঅৰাত পাচে একে বাৰে বোলে, এতিয়া জোআ পাচেহে মাতিম। হাই, হাই, এই ৰূপ মন হোআ লোক, তোমোলাকৰ সেসত অনন্ত সন্তাপ হব; কিয়নো জেতিয়া তোমোলাকলৈ ইস্বৰৰ পৰিত্ৰান দিয়া হল, তেতিয়া তাক সহিব নোআৰি আপোনাৰ পৰা খেদাই দুৰ কৰিলা। এনেকৈ কিমান মানুহৰ মনত ইস্বৰৰ পবিত্ৰ আত্মা সোমাই সিইতক ধৰমলৈ উদগাই, কিন্তু মানুহে আপোন আপোন কুকৰম, আৰু মনৰ কুঅভিলাস এৰিব নু খুজি ইস্বৰৰ আত্মাক অপমান কৰাই, তাৰ পাচে সেই মানুহৰ পৰিত্ৰানৰ উপকাৰ কৰিবলৈ কি জানি আৰু কেতিয়াও নাহিব। তেন্তে হাই হাই সেই মানুহৰ কেনে গতি! জেতিয়া এনে মানুহে খ্ৰিষ্টৰ সিংহাসনৰ আগত থিয় হব, তেতিয়া উত্তৰ দিবলৈ কি সক্তি পাব!

তাৰ পাচে পৰ্কিয় ফিষ্টে ফিলিকৰ বিসই পালত তালৈ আহিল, পাচে কৈচৰিয়াৰ পৰা যিৰুচালমলৈ তেঁও জোআত যিহুদিবিলাকে পুনৰাই ফিষ্টৰ আগত পৌলৰ কথা কলে, আৰু কৈচৰিয়াৰ পৰা যিৰুচালমলৈ জেন পৌলক অনাব, ইয়ালৈকো সিইতে তেঁওত প্ৰাৰ্থনা কৰিলে; কিয়নো বাটত আহোঁতে সিইতে তেঁওক খাপ দি মাৰিবলৈ উপাই কৰিচিল। কিন্তু ইস্বৰে সিইতৰ সেই আলচকো নষ্ট কৰিলে। ফিষ্টে যিৰুচালম নগৰত আঠ দহ দিন মান থাকি পাচে কৈচৰিয়ালৈ গল। তাৰ পাচ দিনা তেঁও সোধৰ আসনত বহিএই পৌলক আনিবলৈ আগ্যা কৰিলে। তেতিয়া যিহুদিবিলাকে তেঁওৰ অহিতে নানা অপবাদ দিলে, তথাপি সেইবোৰ জে যথাৰ্থ হই, তাৰ কোনো প্ৰমান দিব নোআৰিলে। পাচে পৌল পাঁচনিএ আপোনাৰ কাৰনে উত্তৰ দিয়াত তেঁওৰ গাত কোনো দোসৰ অপৰাধ নে পালে; কিন্তু ফিষ্টে যিহুদিবোৰক সন্তোস কৰিবৰ ইচাৰে পৌলত কলে, তুমি যিৰুচালমলৈ গৈ তাতে মোৰ আগত সোধ পোচ কৰাবা নে? তেতিয়া পৌলে মনত ইয়াক জানিলে, জদি মোক যিৰুচালমলৈ নিয়া হব লাগে, তেন্তে এই হিংসক জন্তুবোৰে নিচয়ে মই সেই ঠাই পোআৰ আগেএ নষ্ট কৰিব; এই হেতুকে তেঁও উত্তৰ কৰি কলে, জত্তে মোৰ যথাৰ্থ সোধ কৰিব পাৰে, এনে আপোনাৰ সোধ আসনৰ আগতে আচোঁ; তথাপি জদি মোক নিৰপৰাধি বুলি জানিও মোৰ যথাৰ্থ সোধ ইয়াত কৰিব নোআৰে, তেন্তে কৈচৰ মহা ৰজাৰ আগত মোৰ সোধ হওক। কিয়নো মই মৰিবৰ কোনো জুগ্য কৰম কৰা নাই; এই কাৰনে যিহুদিবিলাকে মাৰিবলৈ মোক কোনোএ সিইতৰ হাতত সোধাই দিবলৈ সক্তি নাই। এই কথা পৌলে অতি সাহেৰে কলে; কিয়নো ইস্বৰৰ প্ৰতিগ্যাত বিস্বাস কৰি কালেকো ভই ন কৰি অধিকাৰৰ আগতো সিংহৰ দৰে সাহ কৰিলে।

সেই সময়ত উত্তৰ দেসৰ ৰজা আগ্ৰিপা আৰু তেঁওৰ ৰানি বৰ্নিকিএ ফিষ্ট অধিকাৰে সৈতে দেখা দেখি হবৰ নিমিত্তে আহিলত ফিষ্টে পৌলৰ কথা ৰজাত জনালে। তাতে ৰজাই তেঁওৰ কথা সুনিবলৈ ইচা কৰাত তাৰ পাচ দিনত ফিষ্টৰ আগ্যাৰে পৌলক সোধৰ আসনলৈ অনা হল। তেতিয়া পৌলে জে মৰনৰ জুগ্য এনে কোনো কৰম কৰা নাই, তাকে ফিষ্টে আগ্ৰিপা ৰজাৰ আগত কলে। ২৫ : ১—১৭।

তাৰ পাচে পৌলক আপোনাৰ কথা কবলৈ অনুমতি কৰাত, পাঁচনিএ আগ্ৰিপা ৰজাৰ আগত সাহ পাই উত্তৰ কৰিলে তেঁও ইমান সাহেৰে আপোনাৰ উত্তৰ কৰাত ফিষ্টে বৰ

মাতেৰে কলে, হে পৌল, তুমি বলিয়া হৈচা, সৰহ বিদ্যাই তোমাক বাতুল কৰিচে; কিন্তু পৌলে কলে, মই বলিয়া নহঁও, কেৱল সত্য আৰু গিয়ান মনৰ কথাহে কৈচোঁ। এই ৰূপে আগ্রিপা ৰজাই তেঁওৰ উত্তৰ সুনি পৌলত কলে, তুমি মোকো প্রায়ে খ্রিষ্টিয়ান হবলৈ বিস্বাস কৰা। তাতে পৌলে কলে, কেৱল তুমি ন হই, জিবিলাকে আজি মোৰ কথা সুনিচে, সেই সকলোএ প্রায়ে ন হই, কিন্তু এই সিকলিত বাজে মোৰ দৰে জেন খ্রিষ্টিয়ান হই, এয়েহে মোৰ ইচা আৰু ইস্বৰলৈকো প্রার্থনা। তেঁওৰ এই সকলো কথা সুনাত ৰজাৰ পৰা সকলো মেলত বহা লোকৰ মাজৰ কোনোএ পৌলৰ একো জগৰ দেখা নে পাই কলে, এঁও জদি কৈচৰৰ আগত সোধ হবলৈ প্রার্থনা ন কৰা হলে, নিচয়ে মুকলি হব পাৰিলেহেঁতেন।

## প্রশ্ন।

পৌল য়িৰুচালমলৈ জোআত তেঁওৰ নিমিত্তে মণ্ডলিৰ লোকে আত্মাৰ দোআৰাই কি হব বুলি বুজিলে?

তেঁও সাত দিনলৈকে মন্দিৰত সেৱা কৰোঁতে কোন দুষ্ট লোকে তেঁওক পালে?

পৌলক সত্রুৰ হাতৰ পৰা কোনে ৰাখিলে?

জখলাৰ ওপৰৰ পৰা তেঁও কি কথা কলে?

ৰুমিয়া মানুহক চাবুকেৰে মাৰিব পাই নে?

ধৰম মেলৰ আগত পৌলে কি কলে?

ৰাতি প্রভুএ পৌলক কি দর্সন দিলে?

য়িহুদি মানুহে পৌলৰ অহিতে কি সপত কৰিচিল?

হাজৰকিয়াই পৌলক ৰাতিএই কলৈ পঠালে? কৈচৰিয়াত কোন অধিকাৰে পৌলৰ সোধ কৰিলে?

জেতিয়া পৌলৰ কোনো জগৰ নে পালে, তেতিয়া তেঁও মুকলি কৰিলে নে?

ফিলিক আৰু দ্রুচিলাই পৌলৰ উপদেস সুনি কি কলে? ইয়াৰ পাচত দুতিয় বাৰ কাৰ আগত পৌলৰ সোধ হল?

পৌলে উত্তৰ কৰোঁতে অধিকাৰলৈ ভই কৰিলে নে? সেই সময়ত উত্তৰ দেসৰ পৰা কোন ৰজা আহিচিল?

সিবিলাকৰ আগত পৌলে কি উত্তৰ দিলে? ৰজাই তাক সুনি কি বুলিলে? পৌলে কাৰ আগত সোধ হবলৈ নিবেদন কৰিচিল?

---

## ৰোম নগৰলৈ পৌলৰ প্রথম জাত্রা।

Paul's First Journey to Rome.

এই ৰূপে জেতিয়া তিনি বাৰলৈকে পৌলৰ সোধ কৰা হল, তেতিয়া তেঁওৰ ইচাৰ মতে ৰোম নগৰলৈ অধিকাৰে পঠাবলৈ ঠাৰৰ কৰিলে। কিন্তু পঠাবলৈ জুগুত হই মানে পৌল সেই ঠাইত বন্দিয়াৰ হৈ কিমান দিন আচিলে, তাৰ একো ঠিক নাই। পাচে জেতিয়া ঠাৰৰ কৰা দিন হল, তেতিয়া আন ভালেমান বন্দিয়াৰৰ লগত পৌলক মহা ৰজাৰ সেনাৰ হুজৰ জুলিয় নামেৰে এক সইকিয়াৰ হাতত গতাই দিলে। সেই ঠাইতে সিবিলাকে আদ্রা মুতিয়ৰ এখান জাহাজত উঠি ৰোম নগৰলৈ পানিএ দি জাত্রা কৰিলে। সেই জাত্রাত পৌলৰ লগত লুক নামে প্রিয় বেজ আৰু থেচলনিকি নগৰৰ আৰিষ্টৰ্খ এজন সিস্য গৈচিল। পাচ দিনা চিদোন নগৰত জাহাজ লগাত সইকিয়াই পৌলক ভাই বন্ধু চাবলৈ বিদাই দিলে। তাৰ পৰা জাহাজ মেলি বতাহ সমুখ হোআত কুপ্র মাজুলিৰ কোসে দি গৈ কিলিকিয়া আৰু পামফুলিয়া সাগৰ পাৰ হৈ, লুকিয়া দেসৰ মুৰা নগৰ পালেগৈ। সেই ঠাইতে ইটালি দেসলৈ জোআ চিকন্দৰিয়া নগৰৰ এখান জাহাজ পাই সইকিয়াই তাতে আগৰ জাহাজৰ পৰা সিবিলাকক উলিয়াই সেই জাহাজত সুমাই দিলে। সেই মুৰা নগৰৰ পৰা জাহাজ মেলি লাহে লাহে গৈ অতি স্রমে নিদৰ সমুখে বতাহ বলোআত ক্রিতি মাজুলিৰ কোসে দি গৈ চালমুনিৰ সমুখ পালে; তাৰ পৰা গৈ লাচায়া নগৰৰ ওচৰত থকা সুন্দৰ ঘুলি নামে এক ঠাই পালেগৈ। তাতে পানিএ দি জোআত সঙ্কা হোআ জেন বুজি পৌলে মানুহবিলাকক

কলে, কিন্তু লইকিয়াই আৰু জাহাজৰ অধিকাৰেও সেই কথা নু সুনি ক্রিতিৰ ফৈনিকি ঘুনিলৈ গৈ তাতে থাকিবৰ মন কৰিলে; কিয়নো সেই সুন্দৰ ঘুলিত জাৰ কালি থাকিবলৈ ভাল ন হই । পাচে সিইতৰ আলচেৰে সেই ঘুলিলৈ জাহাজ মেলি জোআত বৰ ধুমুহা বতাহ আহিলত জাহাজ ৰাখিবলৈ অতি টান হল; আৰু অতি সঙ্কটত পৰিল দেখি মানুহৰ প্রান ৰখ্যা হোআৰো আসা গুচিল । কিয়নো বহু দিনলৈকে সিবিলাকৰ ওপৰত ঢেলা ভাৰৰ আচিল, আৰু সাগৰৰ ওপৰত জাহাজ চলঙ্গ পলঙ্গ কৰি কোন কালে উটি গৈচে, তাৰ একো উমান ধৰিব নোআৰিলে ।

এই ৰূপে বহু দিন মৰনৰ সঙ্কটত পৰি ভয়েৰে আৰু প্রানৰ নিৰসাৰে নো খোআ নো বোআকৈ থাকিলত পৌলে ইশ্বৰৰ দুতৰ দোআৰাই জি দর্সন পালে, তাৰে কথা সিবিলাকৰ আগত কৈ কিছু সান্তনা কৰি অলপ আহাৰ লবলৈ মিনতি কৰিলে । তেতিয়া সিবিলাকে পৌলৰ মিনতি সুনি তেঁওৰ হাতে চৌধ্য দিনৰ পুআত অলপ আহাৰ ললে । কিন্তু জাহাজ আদ্রিয়া সমুদ্রুৰ ওপৰত চলঙ্গ পলঙ্গ কৰি গৈ থকাত মেলিতা মাজুলিৰ ওচৰ পোআত দুই ধাৰৰ মাজত থকা এটা বালি চটত জাহাজ লাগিল । সেই ঠাইৰ পৰা জাহাজ লৰ চৰ কৰিব নোঅৰাত নষ্ট হল; কিন্তু পৌলে কোআৰ দৰে সকলো লোকৰ প্রান ৰখ্যা পৰি সেই মাজুলি পালেগৈ ।

তাতে থকা মুর্খবিলাকে, অর্থাত অসভ্য লোকে জাৰৰ নিমিত্তে জুই জলাই দি সিবিলাকক কিছু অনুগ্রহ দেখালে । তেতিয়া পৌলেও এমুঠা খৰি আনি জুইত পেলাই দিয়াত, তাৰ পৰা এটা ভাইল সাপ ওলাই তেঁওৰ হাতত কামুৰি ধৰিলে; তাকে দেখি মুর্খবিলাকে কোআ কুই কৰিলে, বোলে, এইটো মানুহ নিচয়ে মানুহ বধি হই, এই কাৰনে সি সাগৰৰ সঙ্কটত ৰখ্যা পালতো প্রতিফল দিয়া জনে তাক জিব নি দি সাপৰ দোআৰাই খুআলে; তাতে সি এতিয়া মৰিব।

পাচে চাই চাই থকাত পৌলৰ একো ন হল দেখি মন পালটাই কলে, এঁও দেৱতা ।

সেই ঠাইতে পব্লিয় নামে এজন অধিকাৰে সিবিলাক আটাইকে আপোনাৰ ঘৰলৈ নি তিনি দিনলৈকে আলহি পুহিলে; আৰু পব্লিয়ৰ বাপেক জৰ পৰি থকাত পৌলে ভিতৰলৈ সোমাই গৈ তাক ভাল কৰিলে । এনে কথাৰ বুজ পাই সেই ঠাইৰ সকলো নৰিয়াবোৰক আনি ভাল কৰিবলৈ পৌলক নিবেদন কৰাত সেই আটাইকে তেঁও ভাল কৰিলে ।

সেই মেলিতা মাজুলিতে সিবিলাক তিনি মাহ থাকি চিকন্দৰিয়া নগৰৰ দিয়স্কুৰি জঁজাৰ চিন থকা এখন জাহাজ পালে । দিয়স্কুৰি জঁজাৰ চিনৰ অর্থ এই; কাষ্টৰ আৰু পলক্ষ নামে দুটা দেৱতাৰ মুর্ত্তি আচিল । সেই জাহাজতে উঠি প্রথম দিনা তাৰ পৰা গৈ চুৰাকুচ নগৰ পাই তাতে থাকিল । তাৰ দুদিনৰ মুৰত পুতিয়লি নগৰ পালে; তাতে থকা মণ্ডলিৰ ভায়েকবিলাকে মিনতি কৰাত পৌলক সাত দিন থাকিবলৈ দিলে । এই ৰূপে ৰোম নগৰৰ ওচৰ হোআত তাত থকা মণ্ডলিৰ লোকে আলহি পোহা তিনি ঘৰলৈকে পৌলৰ বাত্রা পাই আগ বঢ়াবলৈ আহিল; তেতিয়া সিবিলাকক দেখা পালত পৌলে ইশ্বৰক স্তুতি কৰি অতি সাহ পালে । পাচে গৈ ৰোম নগৰ পোআত সইকিয়াই বন্দিয়াৰবোৰক হুজৰ অধিকাৰত সোধাই দিলে; কিন্তু পৌলে আপোনাক ৰখা সেনাই সৈতে সুকিয়াকৈ থাকিবলৈ অনুমতি পালে ।

সেই ৰোম নগৰতে পৌলে দুই বচৰলৈকে বন্দিয়াৰ হৈ আপুনি ভেৰনকৈ লোআ ঘৰত থাকি জি জি মানুহক পাই, সেই সকলোৰে আগত নির্বিঘিনি ৰূপে ইশ্বৰৰ সুভ বাত্রা কির্ত্তন কৰি আচিল । তাতে তেঁওৰ কথা সুনি বহু লোকে ইশ্বৰৰ পৰিত্রান দেখা পালে ।

জি সময়ত কৈচৰিয়া নগৰৰ পৰা ইটালি দেসলৈ পৌল বন্দিয়াৰ হৈ গৈচিল, সেই

সময়ত খ্রিষ্টৰ সঁক ৬১, আৰু জেতিয়া তেঁও ৰোম নগৰ পালে, তেতিয়া ৬২ হব পাই; কিয়নো পথত জাত্রা কৰাত অনেক আপদ হল দেখি বহু দিন হল। মেলিতা নগৰ নৌ পাঁওতে চাৰি পাঁচ মাহ হব পাই, আৰু মেলিতা নগৰ পোআত তাতে তিনি মাহ থাকিল। এই ৰূপে জাত্রা কৰা দিনৰে পৰা ৰোম নগৰ পোআলৈকে অৱস্যে ৬১ বচৰৰ সেস হব পাই।

পৌল পাঁচনি জেতিয়া ৰোম নগৰ পালে, তেতিয়া তেঁওক নিচই ৰূপে বন্দিসালত থোআ নাই, কিন্তু নগৰৰ পৰা জেন কোনো ঠাইলৈ বাহিৰ হৈ নে জাই, এই নিমিত্তে দুই বচৰলৈকে এটা এটা চিপাহি তেঁওৰ লগত থাকি ৰাখি আছিল; তথাপি তেঁওক বন্দিসালত থোআ নাই, আপুনি জি ঘৰ ভেৰন দি লৈচিল তাতে থাকিল। ফিলিপি ১: ১৩। ইয়াত কৈচে, তেঁও সেই ৬৩ সঁকলৈকে বন্দিয়াৰ হৈএই আছিল। ২:২৪ পদত কৈচে, মই অলপতে তোমোলাকৰ ঠাইলৈ জাম। ইয়াতে আমি বুজিচোঁ, তেঁও ৬৪ সঁকত বন্দিয়াৰৰ পৰা মুকলি হল।

## প্রস্ন।

পৌলক কোন ঠাইলৈ পঠালে?

সিবিলাকৰ জাত্রাত কুসল হৈচিল নে? এই জাত্রাৰ বিসয়ে পৌলে কি হব বুলি কৈচিল?

পৌলৰ কথা নু সুনাত সিবিলাকৰ কি হল?

সিবিলাকে কোন মাজুলিত উঠি ৰখ্যা পালে? মেলিতা মাজুলি পালত পৌলৰ কিবা আচৰিত কৰম হৈচিল নে?

সেই মাজুলিত তেঁও কাক বস্ত কৰিলে?

মেলিতাত সিবিলাক কেই মাহ থাকিল?

তাৰ পৰা সিবিলাক কলৈ গল?

ৰোম নগৰৰ ভায়েকবিলাকক দেখা পালত পৌলৰ মন কেনে হল? ৰোম নগৰত পৌল কেই বচৰ বন্দিয়াৰ হৈ থাকিল?

তেঁও বন্দি হৈ থাকোঁতে কি কৰিচিল?

সেই সময়ত খ্রিষ্টৰ সঁক কিমান?

পৌলক কেনে ভাৱে বন্দিয়াৰ কৰি থৈচিল?

## পৌল বন্দিসালৰ পৰা মুকলি হোআ।

Paul's Release from Prison.

পাচে ৬৪ সঁক হলত পৌল বন্দি সালৰ পৰা মুকলি হল। সেই কালৰ সময়তে পাঁচনিৰ কৰম লুক নামে প্রিয় বেজে লিখি এঁটালে। সেই কালৰ পৰা বাৰ্হিৰ নে পাই, আৰু তাৰ পুৰ্বেও লিখা হোআ নাই; কিয়নো পৌলৰ বিবৰন কেৱল ৬৪ সঁকলৈহে কৈচে। তাৰ পাচত পৌলে বন্দি সালৰ পৰা মুকলি হৈ জি জি ঠাইত ফুৰিলে, জি জি কৰম কৰিলে, আৰু পাচে তেঁও দুতিয় বাৰ ৰোম নগৰলৈ জোআত জেনেকৈ নিৰো ৰজাই ধৰি বন্দি সালত থলে, পাচে মুৰ কাটি তেঁওক বধ কৰিলে, এনে একো কথা পাঁচনি কৰমত লিখা নাই। ইয়াতে বুজিচোঁ, জদি ৬৪ বচৰৰ পাচত পাঁচনিৰ কৰম লিখা হোআ হলে, তেতিয়া পৌলৰ পাচৰ বিবৰনো অৱস্যে লিখিলেহেঁতেন; কিয়নো লুকে পাঁচনিৰ কৰম লিখাত আন পাঁচনিবিলাকৰ বিবৰন লিখা নাই, কিন্তু বিসেসকৈ পৌল পাঁচনিৰ বিবৰনহে লিখিলে।

পৌল পাঁচনি ৰোম নগৰত বন্দি হৈ থাকোঁতে তেঁও খ্রিষ্টক ভাল মতে কিৰ্তন কৰিব নোআৰিলে; তথাপি কিৰ্তন কৰাতকৈ অতি উত্তম কৰম কৰিলে। বিসেসকৈ খ্রিষ্ট ৬২ সঁকত একেচি লোকলৈ পত্র লিখি তুখিকৰ দোআৰাই পঠালে; আৰু ৬৩ সঁকত ফিলিপি, কলচি আৰু ফিলিমোন, এই তিনি খনি পত্রও লিখি তুখিক আৰু ফিলিমোনৰ বন্দি অনেচিমৰ হাতত পঠালে। কল ৪: ৭—৯। ফিলিমোন ১২ পদ। আৰু ইব্রি লোকৰ পত্রও খ্রিষ্টৰ ৬৪ সঁকত ৰোম নগৰৰ পৰা লিখিব পাই।

পৌল জে খ্রিষ্টৰ ৬৪ সঁকত বন্দিয়াৰৰ পৰা মুকলি হৈচিল, তাক আমি ওপৰে কোআ এই কথাৰ দোআৰাই জানিচোঁ, ফিলিপি ২:২৪। তাতে তেঁও লিখিচিল, মই অলপতে তোমোলাকৰ ঠাইলৈ জাম, তাক প্রভুৰ দোআৰাই বিস্বাস কৰিচোঁ।

পাচে তেঁও জেতিয়া বন্দি সালৰ পৰা মুকলি হল, তেতিয়া জাহাজেৰে ফিলিপি নগৰলৈ ক্রিতি মাজুলিএ দি গল; আৰু সেই ঠাইতে তিতক এৰি আহিল। তাৰ প্রমান তিত ১: ৫ পদ। ক্রিতিৰ পৰা জাহাজেৰে আকও আচিয়া দেসলৈ আহি কলচ নগৰ পালেহি; ইয়াকে ফিলিমোনলৈ লিখা পত্রৰ দোআৰাই জনা হৈচে। তাত কৈচে, তোমোলাকৰ প্রার্থনাৰ দোআৰাই মোক তোমোলাকলৈ দান কৰা হব, মোৰ এনে বিস্বাস আচে; এই হেতুকে মোলৈ এক থকা ঠাই জুগুত কৰা। কিয়নো পৌলে ৰোমৰ পৰা কলচ নগৰলৈ আহিবৰ মন কৰি ফিলিমোনলৈ এই কথা লিখিচিল, আৰু ফিলিমোনো সেই কলচ নগৰতে আচিল। কলচ নগৰৰ পৰা তেঁও এফেচলৈ গল। ২ তি ১:১৮। এফেচৰ পৰা ত্রোআ নগৰলৈ গৈ, তাতে কার্পৰ হাতত তেঁওৰ বৰ চোলা আৰু চালৰ পুথিও এৰি আহিচিল। ২ তি ৪:১৩। পাচে ত্রোআৰ পৰা মাকেদনিয়া দেসলৈ গল, কি জানি ফিলিপি নগৰলৈকো জাব পাই। তাৰ পৰা গৈ জাৰ কালিত নিকপলিত থাকিল। তিত ৩:১২। সেই সময়ত খ্রিষ্টৰ সঁক ৬৫ হৈচিল; আৰু সেই সঁকতে তিমথিৰ আৰু তিতৰ পত্রও লিখিলে। কোনো লোকে ভাবে, বোলে, সেই কালত পৌল ইস্পানিয়া দেসলৈ গৈ তাতে খ্রিষ্টৰ কথা কির্ত্তন কৰিলে; কিয়নো ৰুমিয়াৰ পত্রৰ ১৫:২৪ পদত তেঁও কৈচিল, মই ইস্পানিয়া দেসলৈকো জাম। কিন্তু আমি জানিচোঁ, তেঁও তালৈ জাবৰ নিমিত্তে একো চল নে পালে। কিয়নো প্রথম বেলি ৰোম নগৰলৈ বন্দিয়াৰ হৈ জোআৰ আগেএ তেঁও নিচইকৈ জোআ নাই; আৰু পাচে জোআৰো কোনো বিসেস প্রমান আমি পোআ নাই। তথাপি ক্লিমেন নামে পৌলৰ এজন সিস্যো কৈচে, বোলে, পৌলে পচিমৰ সিমালৈকে কির্ত্তন কৰি ফুৰিচিল; পচিমৰ সিমা হলে ইস্পানিয়া দেস।

## প্রশ্ন।

পৌল খ্রিষ্টৰ কোন সঁকত বন্দিয়াৰৰ পৰা মুকলি হল?

পাঁচনিৰ কৰম কোনে আৰু কোন সময়ত লিখিলে?

পৌলে প্রথম বাৰ ৰোম নগৰত বন্দিয়াৰ হৈ থকাত কি কি পত্র লিখিলে?

তাক আমি কিহৰ দোআৰাই বুজিচোঁ?

পৌল মুকলি হলত কোন কোন ঠাইত ফুৰিলে? খ্রিষ্টৰ ৬৫ সঁকত তেঁও কি কি পত্র লিখিলে?

পৌলে ইস্পানিয়া দেসলৈ গৈচিল নে?

---

## ৰোম নগৰলৈ পৌলৰ দুতিয় জাত্রা।

Paul's Second Visit to Rome.

পৌল পাঁচনিএ প্রথম বেলি বন্দি সালৰ পৰা ওলাই প্রাই সকলো মণ্ডলিএ মণ্ডলিএ ফুৰি ভায়েকবিলাকক ধৰমত সজ ৰুপে থিৰ কৰি কৰি গল; আৰু জি জি মণ্ডলিৰ ওচৰলৈ জাবৰ চল নে পালে, সেইবিলাকলৈ পত্র লিখি থিৰ কৰিলে। এই ৰুপে সকলো কৰম পুৰ কৰি পাচে পুনৰাই ৰোম নগৰলৈ গৈ ভায়েকবিলাকক থিৰ কৰিবলৈ মন কৰিলে। আৰু ইয়াত বাহিৰে তেঁওৰ আৰু কি ইচা আচিল, তাক আমি কব নোআৰোঁ। কিন্তু জেতিয়া তেঁও পুনৰাই ৰোম নগৰলৈ গল, তেতিয়া কাৰো দোআৰাই বন্দিয়াৰকৈ নিয়া হোআ নাই; কেৱল আপোন ইচা মতেহে গৈচিল। তেঁও ৰোম নগৰলৈ জোআত মিলিত নগৰত ত্রফিমক থৈ আহিল। ২ তি ৪:২০। এই কথাতে জানিচোঁ, তেঁও মিলিতে দি জাহাজেৰে ৰোম নগৰলৈ গল; কিয়নো তেঁও তিমথিৰ দুতিয় পত্র ৰোম নগৰত দুতিয় বাৰ বন্দি সালত থাকোঁতে লিখিলে।

তেঁও সেই দুতিয় বাৰ ৰোমলৈ জোআত নিৰো নামে ৰোমৰ ৰজাই খ্রিষ্টিয়ান লোকক অতি খিয়াল কৰে দেখি, পৌলক জেতিয়া দেখিলে বা তেঁও তাত আচে বুলি সুনিলে,

তেতিয়াই ধৰি আনি বন্দি সালত থলে; পাচে কিচু দিনৰ মূৰত তৰোআলৰ দোআৰাই তেঁওৰ মূৰ কাটি বধ কৰালে। পৌল তেতিয়া বন্দি সালত থাকোঁতে আপোনাৰ ধৰমৰ অতি প্ৰিয় পুত্ৰ তিমথিলৈ দুতিয় পত্ৰ লিখি তাতে আপোনাৰ সকলো বাত্ৰা বুজালে। ২ তি ২:১। ৪:৬—৮,১৬। তাতে তেঁও লিখিচে, এতিয়া মোৰ প্ৰানৰ বিজোগ কাল ওচৰ হৈচে, তাতে প্ৰান উচৰ্গিবলৈ মই জুগুত হৈ আচোঁ; মই উত্তম জুধ কৰিলোঁ, মোৰ জাত্ৰা কৰি এঁটালোঁ, বিস্বাস ৰাখিলোঁ; এতিয়াৰ পৰা মোৰ নিমিত্তে পুন্যৰ কিৰিটি ৰাখি থোআ হৈচে, তাক সোধৰ দিনত পুন্যৱন্ত বিচাৰ কৰ্ত্তা প্ৰভুএ মোক দিব। ইয়াতে পৌল পাঁচনিৰ বিৱৰন সমাপত হল। এয়ে খ্ৰিষ্টৰ ৬৬ সঁক, আৰু পৌলৰো ৬০ বচৰ বয়স, আৰু তেঁও মন পালটনৰ দিনৰে পৰা মৰনৰ কাললৈকে ৩০ বচৰ প্ৰভু য়িচুক কিৰ্ত্তন কৰিলে। কিন্তু আন মানুহে কিৰ্ত্তন কৰাৰ ভাৰ পাই জেনেকৈ প্ৰভুক কিৰ্ত্তন কৰে, তেঁও তেনেকৈ কৰা নাই। তেঁৱে এই ৩০ বচৰলৈকে নি জিৰোআকৈ আৰু আপোনাৰ সংসাৰিক কোনো কৰম নো চোআকৈ ইস্বৰৰ পৰম আস্চুস মানুহৰ মাজত প্ৰকাস কৰিলে। তেঁৱে প্ৰভুক কিৰ্ত্তন কৰা কালত আপোনাৰ সুখ নি বিচাৰিলে; কেৱল প্ৰভুৰ ইচা কি, তাক মাথোন সন্তোস মনেৰে পুৰ কৰিলে। এনে সুন্দৰ আৰু প্ৰভুত বিস্বাসেৰে বলৱন্ত, প্ৰেমেৰে পৰিপুৰ্ন, আৰু ইস্বৰৰ কৰমত উদ্যগি প্ৰচাৰক আৰু এই ভুমণ্ডলৰ মাজত কেতিয়াও হব নোআৰে। তেঁওৰ দোআৰাই প্ৰিথিৱিৰ সকলো বিদেসি লোকে ইস্বৰৰ পৰিত্ৰান দেখিবলৈ আৰু সুনিবলৈ পাইচে। তেঁও স্বৰুপ মতে এই কথা কলে, মই উত্তম জুধ কৰিলোঁ, মোৰ জাত্ৰা কৰি এটালোঁ, বিস্বাস ৰাখিলোঁ। হই, স্বৰুপেই তেঁও আপোনাৰ অধিকাৰৰ সকলো কৰম পুৰ কৰিলে। এই হেতুকে পুন্যৱন্ত বিচাৰ কৰ্ত্তাই জেতিয়া আপোনাৰ বন্দিবোৰে সৈতে লেখ জোখ কৰিব, তেতিয়া সেই প্ৰভুএ তেঁওত কব, ভাল উত্তম বিস্বাসি বন্দি, তুমি অলপতে বিস্বাস ৰাখিলা, এই কাৰনে তোমাক অনেক বিসয়ৰ অধিকাৰ পাতিম; তুমি আপোনাৰ অধিকাৰৰ সুখৰ ভাগি হোআ।

হে অতি প্ৰিয়তম দাস ইস্বৰৰ,
ৰজপে জিনিলা তুমি চইতান সমৰ;
জাত্ৰাবো কৰিলা অন্ত, নাহি আৰু ভই,
পুন্য দান ভুঞ্জিও প্ৰভুৰ সুখালই।

অনন্ত কিৰিটি ৰুপ পাবা প্ৰতিফল,
জি হেতুক ৰাখিলাহা বিস্বাস নিৰ্ম্মল;
তাহাতে ন হব আৰু তোমাৰ ক্ৰন্দন,
লোতক মচিয়া দিব ইস্বৰ নন্দন।

ন হৈবেক পাপ মতি চইতান প্ৰবেস,
কেৱল পবিত্ৰ থান অনন্ত অসেস;
জিৱনি লয়োক বাপু কাল নিৰুপিত,
মধু স্বৰে ধৰি গান দুতৰ সহিত।

## প্ৰস্ন।

পৌলে দুতিয় বাৰ ৰোম নগৰত কেনেকৈ বন্দিয়াৰ হল?

কোন ৰজাই তেঁওক মাৰিলে?

সেই ৰজা সাধু মানুহ হৈচিল নে, কি?

পৌলক তেতিয়া মাৰিলে বুলি কি প্ৰমান আচে?

পৌলে উত্তম জুধ কৰি বিস্বাস ৰাখিলে নে?

তেঁওৰ নিমিত্তে কোনে পুন্যৰ কিৰিটি ৰাখি থৈচে?

তাক কেতিয়া দিব?

পৌলৰ নিচিনা প্ৰচাৰক আৰু কোনো আচে নে?

খ্ৰিষ্টক কিৰ্ত্তন কৰোঁতে তেঁও কিবা সুখ বিচাৰিলে নে?

কাৰ দোআৰাই প্ৰিথিৱিত খ্ৰিষ্টিয়ান ধৰম বিসেসকৈ বাঢ়িল?

সেসৰ কালত পৌলক প্ৰভুএ কেনে বন্দি বুলিব?

ইস্বৰৰ সকলো ধৰম প্ৰচাৰকবিলাক পৌলৰ দৰে হব লাগে নে?

ন. ল. ৰু.

## ধৰমৰ কথা বাত্ৰা।

Religious Intelligence.

হিন্দুস্থান আৰু লঙ্কা দ্বিপত মিস্যনেৰিবিলাকে প্ৰায়ে ৫০ বচৰ ধৰম প্ৰচাৰ কৰিচে। এতিয়া এই দেসত থকা মিস্যনেৰি পাদুৰি আৰু খ্ৰিষ্টিয়ান লোকৰ সংখ্যা এই!

| | |
|---|---|
| সব দিয়া বিদেসি লোকৰ সমাজ . . | ২২ |
| বিদেসি মিস্যনেৰি পাদুৰি . . . | ৩৮১ |
| এই দেসত জনমা মিস্যনেৰি পাদুৰি | ২২ |
| এই দেসত জনমা উপদেসক . . | ৫৫১ |
| মিস্যনেৰি থকা ঠাই . . . . . | ২৬০ |
| এই দেসৰ খ্ৰিষ্টিয়ান মণ্ডলি . . . | ৩০৯ |
| মণ্ডলিৰ লোক . . . . . . | ১৭,৩৫৬ |
| সৰাই বুৰাই মুঠে খ্ৰিষ্টিয়ান | ১,০৩,০০০ |
| দিনৰ ইস্কুল . . . . . . . | ১,৩৪৫ |
| তাত পৰ্হা চাতৰ . . . . | ৮৩,৭০০ |
| সৰাক পোহা ইস্কুল . . . . . | ৭৩ |
| তাত পৰ্হা চাতৰ . . . . . . | ১,৯৯২ |
| ইঙ্গৰাজি সিকোআ ইস্কুল . . . | ১২৮ |
| তাত পৰ্হা চাতৰ . . . . . | ১৪,০০০ |
| চোআলিক সিকোআ ইস্কুল . . | ৩৫৪ |
| তাত পৰ্হা চোআলিৰ সংখ্যা | ১১,৫০০ |
| চোআলিক পোহা ইস্কুল . . . | ৯১ |
| তাত পৰ্হা চোআলি . . . . | ২,৪৫০ |
| চাপা থানা . . . . . . . . . | ২৫ |

এই বচৰৰ ৫ জানুআৰিত মসকাই মাজুলিত ৮০ জন আদি বাসি মণ্ডলিত গ্ৰাজ্য কৰা হল। যোআ বচৰৰ মাহৰ প্ৰথম প্ৰথম সোম বাৰে ধৰম বৰ্হানৰ নিমিত্তে সেই মণ্ডলিএ ১৫০০ টকা তুলি দিলে। আগৰ সিহঁতো বাধ্যস আচিল।

পঞ্জাব দেসত ধৰমৰ কথা সিকাবলৈ কম্পানিৰ প্ৰধান সেনাপতি চেৰ উলিয়ম গম চাহাবে তাৰ্হাই সৈতে ৩০০০ কপ দিলে।

১৫৫০ সংকত কিতাপ চাপিবৰ বিদ্যা ওলাল। ধৰম পুথি প্ৰথমে চাপিচিলে; ১৫৫৫ তাক বেচিবলৈ ধৰিলে; সেই প্ৰথমে চাপা হোআ পুথি ১৮ খন বাখি আচে।

বাধ্যস থকা ফিজি মাজুলিৰ ভাসাৰে এতিয়া নতুন নিয়ম সাস্ত্ৰ চাপা হল, আৰু ফিজিৰ বহুতাই আপুনি বিস্বাস কৰি খ্ৰিষ্টিয়ান মণ্ডলিত সোমাল।

লেয়াৰ্ড চাহাবে আচুৰিয়াৰ পুৰনি নগৰত জি সিল খানি উলিয়ালে, তাত লিখা আখৰ ৰলিন্সন চাহাবে পৰ্হি অৰ্থ দেখালে। তাতে চনহেৰিব আদি কৰি আচুৰিয়াৰ ৰজাবিলাকে জি ৰূপে য়িহুদি দেসলৈ গৈ হিজিকিয়া ৰজাৰ দিনত বন কৰি ইস্ৰাএল লোকক কাৰ্হি নিলে, সেই কথা লিখা পোআ হৈচে।

---

## হিৰা আদি মুকুতাৰ বিবৰন।

Diamonds in the Great Exhibition.

সকলো বস্তুৰ মাজত হিৰা টান; আন কোনো বস্তুৰে তাক কাটিব নোআৰে। সুন্দৰ আক্ৰিতি ৰূপে হিৰা কাটিবলৈ ইচা হলে আন হিৰাৰ গুৰি সকলো এডালত লগাই তাৰে ঘঁহি ঘঁহি বহু স্ৰমেৰে কাটিব পাৰে। হিৰাই এঙ্গাৰে একে বস্তু, এঙ্গাৰৰ পৰা কলা বৰন আৰু মলিন সকলোকে গুচাব পাৰিলে হিৰা কৰিব পাৰিলেহেঁতেন। হিৰাৰ অনেক বৰন আচে, ৰঙ্গা, হালধিয়া, কাম ৰবনিয়া, কিন্তু নিৰ্মল বগা হিৰা আটাইতকৈ বহুমুল্য। হিৰা প্ৰায়ে ১০।১২ ৰাতি গধুৰ এইমান ডাঙ্গৰ হই; এমহা গধুৰ হোআ ডাকৰ, বহুমুল্য, অতি মিহি আৰু উত্তম প্ৰকাস হোআ হিৰাৰ দাম এই ৰূপে লিখে। এক অনা গধুৰ হলে, দাম ১,০০০ টকা; ৵ অনা হলে ৪,০০০; ৶ অনা হলে ৯,০০০; এমহা হলে ১৬,০০০; ৷৴ অনা হলে ২৫,০০০; ৷৵ অনা হলে ৩৬,০০০ টকা। ৬ অনাতকৈ গধুৰ হোআ হিৰা পাবলৈ টান, আৰু সেইবোৰৰ দৰৰ ঠিক নাই। হিন্দুস্থান আৰু ব্ৰাজিল দেসত হিৰা ওলাই। এই দেসৰ গসথণ্ড পৰ্বতত আগেয়ে ডালেমান পালে।

মহা দৰ্সনৰ ঘৰত অনেক বহুমুল্য হিৰা দেখিবলৈ থলে। ৰঞ্জিত চিঙ্গৰ কহিনুৰ অৰ্থাত প্ৰকাসৰ পৰ্বত নামে জি ডাঙ্গৰ হিৰা


The great Mogul Diamond, Koh-i-Nur, or Mountain of Light.

পঞ্জাবৰ ৰনত পালে, তাক মহা ৰানিএ দৰ্সন কৰালে। আগেয়ে সেই হিৰা দিল্লিৰ মগল মহা ৰজাৰ আছিল। কাটোতে প্ৰাই আধা মান ধই গলতো ৪।৷৵ গধুৰ আচে। তাৰ দাম আন্দাজে ৬৬,০০,০০০ টকা। তাৰ নকচা ওপৰত লিখা আচে।

আৰু সি কালে দেৰাইমুৰ, অৰ্থাত প্ৰকাসৰ সাগৰ নামে কম্পানি বাহাদুৰে মহা দৰ্সনত থোআ আন এখান বৰ হিৰা আচে। তাকো পঞ্জাবৰ ৰনত পাই অনা।

আটাই হিৰাৰ মাজত জিটো ডাঙ্গৰ, সেই হিৰা বৰ্নিও দিপৰ মাতান দেসৰ ৰজাৰ ঠাইত আচে। তাৰ গধুৰ ৬৫ টকা হৈচে। তাৰ আক্ৰিতি কুকুৰাৰ কনিৰ দৰ।

ৰুচিয়া মহা ৰজাৰ ৩।৵ গধুৰ এখান হিৰা আচে। চিৰিঙ্গান নগৰত থকা ব্ৰুহ্মাৰ এটা মূৰ্ত্তিত সেই হিৰা চকুৰ মনি কৰি থোআ হৈচিল; পাচে ফ্ৰান্সিৰ এজন সেনাই তাক চুৰ কৰি মান্দ্ৰাজলৈ গৈ ২০,০০০ টকালৈ জাহাজৰ এজন কাপ্তান চাহাবত বেচিলে; কাপ্তানে এক য়িহুদি সদাগৰত ১,২০,০০০ টকালৈ বেচিলে; আৰু সেই য়িহুদিএ ৰুচিয়াৰ মহা ৰানি কাতৰিনলৈ বেচিলে। সেই হিৰা পাৰ কনিটৰ সমান ডাঙ্গৰ।

অষ্ট্ৰিয়াৰ ৰজাৰ এখন হিৰা ২।৷ গধুৰ হৈচে, তাৰ বৰন কিচু হালধিয়া, তাৰ দাম আন্দাজে ১০,০০,০০০ হৈচে।

ফ্ৰান্সিৰ ৰাজ অলঙ্কাৰৰ মাজত ২।৵ গধুৰ হোআ এখন হিৰা আচে, তাৰ দাম ১৬,-০০,০০০ টকা মান।

হিৰাৰ বাহিৰে আন আন বহমূল্য মুকুতা আচে। কৰি অৰ্থাত পদ্মৰাগ প্ৰাই হিৰাৰ নিচিনা, অলপ নৰম। সি ইটা মাটিৰে হই, তথাপি মানুহে কৰিব নোআৰে। তাঙ্গৰে সমান হলে হিৰাতকৈ পদ্মৰাগ গধুৰ। তাৰ বৰন প্ৰায়ে ৰঙ্গা, পিক দেসত ওলাই। চাকৰ অৰ্থাত নিল মনি পদ্মৰাগৰ নিচিনা হই, কিন্তু বেলেগ বৰনিয়া মাথোন। লঙ্কা দিপত নিল মনি পোআ জাই। এমৰল অৰ্থাত পানা চাম বৰনিয়া হই, সিও বহুমূল্য। মানিক হলে হিৰা নিচিনা বগা, সি সামুকৰ ভিতৰত থাকে।

লঙ্কা দিপৰ ৰত্নপুৰ নগৰৰ এটা মানুহে প্ৰাই এসেৰ গধুৰ নিল মনি পাইচে বুলি সমাচাৰ পত্ৰত লিখিচে। সমুদাই একে ৰকম ভগা চিগা নে থাকিলে, তাৰ অনৰ্ঘ দাম হব; কিন্তু সি ১৪০০ টকালৈ বেচি পেলালে।

## অনেক দেসৰ সম্বাদ।

Journal of Events.

বৰ্ত্তমান ডিচেম্বৰ মাহৰ ১৫ তাৰিখত শ্ৰীজুত কাপ্তান ব্ৰোডি চাহাব ওপৰ আচাম সিৱসাগৰ জিলা এৰি আপোন দেসলৈ জোআত সকলো লোকে আহি দৰ্সন দি সোকাকুল হৈ অতিসই মনত দুখেৰেহে বিদাই দিলে। তেঁও বৰ চাহাব হৈ ১৮৩৮ সঁকৰ পৰা ১৩ বচৰ দায়া ৰূপে এই জিলা সাসন কৰিলে।

ডিচেম্বৰৰ ২৫ তাৰিখে জিলা সিৱসাগৰৰ শ্ৰী ৰামচিঙ্গ আৰু শ্ৰীমতি কুন্তি কেৰলাইন চাইমন, এই দুজন খ্ৰিষ্টিয়ান মণ্ডলিৰ লোকৰ খ্ৰিষ্টিয়ান মতে বিবাহ কৰা হল।



The Derra-i-Nur, or Sea of Light, belonging to the East India Company.

মহা দৰ্সন ১২ অক্টোবৰ তাৰিখত বন্ধ কৰা হল । পাচে জি সকলো বস্তু তাত আছিল, খোজা লোকে উলিয়াই নিলে । ঘৰেৰে কি কৰিব, তাৰ থিৰ হোআ নাই । দেখিবলৈ লোমোআ মাহনুৰ পৰা মুঠে ৰুপ ৫০,০০,০০০ লাখ পালে । সকলো খৰচৰ বাজে অধিকাৰবিলাকৰ হাতত ১৫,০০,০০০ থাকিল । তাৰেই কি কৰিম, মহা ৰানিৰ আগত এই নিবেদন কৰিছে ।

মাকাই নামে জি চাহাবৰ ভনিএ জ্বিলুপুৰত তাৰ জিএকক মাৰি বধিলে, সেই ভনি আৰু চাহাবকো জনমভৰ ফাটকত দি থাক্দিমন মাজুলিলৈ পঠাবৰ হুকুম হল ।

ইঙ্গৰাজি জাহাজৰ কাপ্তানক মানে বলত্কাৰ কৰা হেতুকে গবৰ্নৰ জেনৰল লৰ্ড চাহাৰে ৪ খন জাহাজে সৈতে কমদোৰ লাম্বৰ্ট চাহাব আদি অনেক সেনা সেনাপতিক পঠোআত ২৭ নবেম্বৰত ৰাঙ্গুন নগৰ পালে । সিবিলাকে তাতে লঙ্গৰ পেলোআত নগৰৰ অধিকাৰে সেই ঠাইত পেলাবলৈ হাক দি আন ঠাইত জাহাজ ৰাখিবলৈ হুকুম কৰিলে । তাতে জাহাজৰ কাপ্তানে উত্তৰ দি পঠালে, মহা ৰানিৰ বন জাহাজ জত্তে লঙ্গৰ পেলাবলৈ ইচা কৰে, তাতে পেলাই । পাচে ফক্চ নামে এখাৰ জাহাজৰ কাপ্তানে নগৰৰ অধিকাৰে সৈতে সাখ্যাত হব খোজাত তাৰ নিমিত্তে এক দিন থিৰ কৰিলে । সেই থিৰত তাৰলৈ ওলাই ঘোঁৰাত উঠি গল । দু ভাঁৰ মানৰ বাটৰ দুই কাষে মানৰ সেনা সাৰি হৈ ভগা চিগা বন্দুক ধৰি থিয় হৈ আছিল । পাচে ঘৰ পাই অধিকাৰে সৈতে কমদোৰ চাহাবৰ পত্ৰ ইঙ্গৰাজি আৰু মান ভাসাৰে পৰ্হি সুনাই ৰজাৰ ঠাইলৈ ডাক পঠাবলৈ দিলে । ৩৫ দিনৰ মুৰত ৰজাৰ সে পালে বন হব বুলি বুজালে । সেই পত্ৰত লিখিছে, ইঙ্গৰাজিলৈ মানৰ সকলো বলত্কাৰ কৰাত জি হানি হল, সেই সকলো ধন পাম, আৰু এনে কৰম জেন পাচে ন হব, এই স্বিকাৰ কৰিলে আমাৰে সৈতে মিল হব পাৰিবা । আৰু সেই কথা সিধি কৰিবলৈ কম্পানিৰ অনেক সেনা তাতে গোট খাইছেগৈ ।

কেপ গুড হোপত কাফিৰ লোকে এতিয়ালৈকে ইঙ্গৰাজি নিবাসিএ সৈতে বন পাতি কৰি আছে । ইঙ্গৰাজিৰ সেনা এমথা পৰ্বতৰ মাজত ঠেক বাটে জাঁওতে সিইতে অকস্মিতে যুধ ধৰি সেনা ১০০ মান খুন কৰিলত অনেক মৰিল । পাচে অক্টোবৰৰ ১২ তাৰিখত মাকোমো নামে প্ৰধান ক্ষহিক্ৰা জি কোঁঠত আছিল, তাক তিন দিন যুধ কৰি ললে, মাকোমো পলাল । সিইতৰ ৫০ মান মৰিল ; ইঙ্গৰাজিৰ ১১ জন মৰিল, ৩৪ খুন হল ।

অষ্ট্ৰেলিয়া দেসৰ চিদনি নগৰৰ পৰা জাহা

এক জাহাজত এনেৰ তিনি পোৱা গধুৰ এতোখৰ সোন কলিকতালৈ আনিছে। চি-নৰিৰ সকলো লোকে খানিবলৈ গৈ নগৰ নিৰ্জ্জন কৰিলে। আৰু কেৰ মাহে এজন ডক্তৰ চাহাবে পত্ৰৰ দ্বাৰাই কৈছে, মোৰ তেকআলে এক সোনেৰে সিল পাই তাক ভা-ঙ্গি ৫৩ সেৰ সোন তাৰ পৰা ওলাল। ভা-ঙ্গিলত তাৰ এতোখৰত সুদ্ধা সোন ৩০ সেৰ আছিল; তাৰ দাম ৪২,০০০ মান টকা হব। আৰু মানুহে সেই পৰ্ব্বতৰ প্ৰাই সক-লো সিলৰ মাজত সোন থাকে।

মুজিলগু মাৰুলিৰ আদি বাসি গাম এটাই খ্ৰিষ্টিয়ান ধৰ্ম্মৰ কথা সুনি পাদুৰি চাহাবৰ ওচৰলৈ গৈ মণ্ডলিত গ্ৰহন কৰিবলৈ জনালে। কিন্তু তাৰ দু জনি ঘৈনিএক হোৱা দেখি পাদুৰি চাহাবে কলে, তুমি এনেকৈ খ্ৰিষ্টিয়ান হব নোৱাৰা; তিৰোতা এজনিহে ৰাখিব পাৰা, সেই জনিক আন ঠাইতে থৈ পোহন পালন কৰিব লাগে। কিছু দিনৰ পাচত সি আকও পাদুৰি চাহাবৰ ঠাইলৈ আহি বুলি-লে, এতিয়া হলে এটা এৰিলোঁ, মোৰ এজনি মাথোন হৈছে, এতিয়া মোক গ্ৰহন কৰি লওক। পাচে সি জনি কত থৈছা, পাদুৰিএ সোধাত সি আপুনি বৰ ধৰমি হলোঁ বুলি জানি সাহেবে কলে, মই খাই থলোঁ। সেই মাৰুলিৰ লোক এইমান অগিয়ানি হৈছিল; এই প্ৰিথিবিত সিইতকৈ বৰ বাধ্যস নাই।

বম্বাই নগৰৰ ওচৰত ৰেল পাতিবৰ নিমি-ত্তে মাটি খানোঁতে কিছু মোহৰ পাই কোনো লোকে গননা কৰি, আৰু অলপ খানিলে সোনেৰে পুৰ হোৱা দুই গাগৰি ওলাব, কিন্তু তাৰ কাৰনে দেৱতাক তুষ্ট কৰিবৰ নিমিত্তে ২৫ নৰা বলিকৈ দিব লাগে, ইয়াকে বাজ্যত কোৱা কুই কৰে।

বানাৰচ নগৰত এটা মানুহে স্নান কৰি দুৰ্গাৰ মুৰ্ত্তিৰ আগত তৰোৱালেৰে আপোন ডিঙ্গি কাটি আপোনাক বলি দিলে।

ফুলপুৰ নগৰত এটা ৰাজপুত মানুহৰ গোটা চাৰেক পুতেক মৰাৰ পাচে সিও নৰিয়া পৰাত, মোত ৰামুনৰ সাও লাগিল বুলি জানিলে, তাতে তাৰ মানুহবোৰে নৰ-বলি দিবৰ নিমিত্তে এটা নৰা চুৰ কৰি তাৰ ডিঙ্গি কাটি নৰিয়াৰ গাত তেজেৰে সানি কৰিলে। পাচ দিনা সি মৰিল, আৰু নৰাৰ স এখা খোৱা কৰা ওচৰৰ কুঁহিয়াৰ-নিত চুবুৰিয়াবিলাকে পালে।

বঙ্গাল দেশৰ কম্পানিৰ ফৌজত গোৰা চিপাহি ২৭,৮১৩, হিন্দুস্থানি চিপাহি ১,৩১,৪০৬, আৰু বৰ টোপ ২২৫ টা আছে।

এতিয়া নিকৰাগোৱা সৰোবৰ আৰু সক সক নদিএ দি গৈ আমেৰিকাৰ পুব ফালৰ পৰা দিপ পাৰ হৈ কালিফৰ্নিয়া দেস অলপ দিনতে পাইগৈ।

## জানুআৰি, অৰ্থাত মাঘৰ পঞ্জিকা।

Almanac for January, 1852.

| জানুআৰি | পুহ | বাৰ | তিথি | দিনমান | জানুআৰি | মাঘ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ৫ | ৯ | ১০।২০ | ১৭ | ৫ | ৭ | ২৬ | ১০।৩১ |
| ২ | ১৯ | ৬ | ১০ | ১০।২০ | | | | | |
| ৩ | ২০ | ৭ | ১১ | ১০।২১ | ১৮ | ৬ | ১ | ২৭ | ১০।৩২ |
| | | | | | ১৯ | ৭ | ২ | ২৮ | ১০।৩৩ |
| ৪ | ২১ | ১ | ১২ | ১০।২১ | ২০ | ৮ | ৩ | ২৯ | ১০।৩৪ |
| ৫ | ২২ | ২ | ১৩ | ১০।২২ | ২১ | ৯ | ৪ | ৩০ | ১০।৩৫ |
| ৬ | ২৩ | ৩ | ১৪ | ১০।২২ | ২২ | ১০ | ৫ | ১ | ১০।৩৬ |
| ৭ | ২৪ | ৪ | ১৫ | ১০।২৩ | ২৩ | ১১ | ৬ | ২ | ১০।৩৭ |
| ৮ | ২৫ | ৫ | ১৬ | ১০।২৩ | ২৪ | ১২ | ৭ | ৩ | ১০।৩৮ |
| ৯ | ২৬ | ৬ | ১৭ | ১০।২৪ | | | | | |
| ১০ | ২৭ | ৭ | ১৮ | ১০।২৫ | ২৫ | ১৩ | ১ | ৪ | ১০।৪০ |
| | | | | | ২৬ | ১৪ | ২ | ৫ | ১০।৪১ |
| ১১ | ২৮ | ১ | ২০ | ১০।২৬ | ২৭ | ১৫ | ৩ | ৬ | ১০।৪২ |
| ১২ | ২৯ | ২ | ২১ | ১০।২৭ | ২৮ | ১৬ | ৪ | ৭ | ১০।৪৪ |
| ১৩ | ১ | ৩ | ২২ | ১০।২৮ | ২৯ | ১৭ | ৫ | ৮ | ১০।৪৫ |
| ১৪ | ২ | ৪ | ২৩ | ১০।২৯ | ৩০ | ১৮ | ৬ | ৯ | ১০।৪৬ |
| ১৫ | ৩ | ৫ | ২৪ | ১০।৩০ | ৩১ | ১৯ | ৭ | ১০ | ১০।৪৭ |
| ১৬ | ৪ | ৬ | ২৫ | ১০।৩০ | | | | | |

জানুআৰি ৭ দিনৰ ৰাতি ০। ৪৫ ঘন্টা হোৱাত চন্দ্ৰৰ সম্পুৰ্ন গ্ৰহন হব; আমেৰিকাত দেখিব, এই দেসত নে দেখে।

THE ORUNUDOI,
*Printed and Published by* O. T. CUTTER, *at the Sibsagor Mission Press.*—N. BROWN, *Editor.*

## গুআহাটি জিলাৰ বাপ্তিষ্ট মণ্ডলি লোকৰ নাম আৰু গ্ৰহন কৰা তাৰিখ।

| নং | মণ্ডলি লোকৰ নাম | বুৰ পোআ ঠাই আৰু সময় | বুৰ দিওঁতা | গ্ৰহন কৰা তাৰিখ | আন্য বিশেষ কথা |
|---|---|---|---|---|---|
| ১ | *চাইৰচ বাৰ্কৰ চাহাব | নুবেদ্ফৰ্দ | জি বি পেবি | ২৫ জান ১৮৪৫ | মিত্যু হল ৩১ জান ১৮৫০ |
| ২ | †মিচিচ জেইম ওএল্চন বাৰ্কৰ | ইউতিকা, ২ মাৰ্চ ১৮৩৫ | ই কিন্চ্ফৰ্দ | ২৫ জান ১৮৪৫ | আমেৰিকালৈ বিদাই পত্ৰ লিলে |
| ৩ | উলিয়ম ৰবিঞ্চন চাহাব | কলিকতা, ৩০ চেপ ১৮৩২ | পিত্ৰি উ ৰবিঞ্চন | ২৫ জান ১৮৪৫ | |
| ৪ | মিচিচ এমা ৰবিঞ্চন | বঙ্গাল ৰঙ্গপুৰ | উ এত্চ জোঞ্চ | ২৫ জান ১৮৪৫ | |
| ৫ | মিচিচ মেৰি ফেলেমিঙ্গ: বিধৱা | কলিকতা | উলিয়ম কেৰি | ২৫ জান ১৮৪৫ | |
| ৬ | †জেলেৰ সৰুদাৰ | | | ২৫ জান ১৮৪৫ | বাহিৰ কৰা হল ১৮৪৬ |
| ৭ | †৮ নং: কেলেমৰ ভাৰ্জা | | | ২৫ জান ১৮৪৫ | নগাঁওলৈ বিদাই পত্ৰ নিলে |
| ৮ | চামুএল ফেলেমিঙ্গ চাহাব | গুআহাটি | উ ৰবিঞ্চন | ফেব ১৮৪৫ | |
| ৯ | মিচিচ চইৰা ৰবিঞ্চন হচ্চন | গুআহাটি, ৮ নৱ ১৮৪৬ | চি বাৰ্কৰ | ৮ নৱ ১৮৪৬ | |
| ১০ | মিচিচ কাতেৰিন আন ফেলেমিঙ্গ | গুআহাটি, ৮ নৱ ১৮৪৬ | চি বাৰ্কৰ | ৮ নৱ ১৮৪৬ | |
| ১১ | মিচিচ মেৰি কলবিন, বিধৱা | পাটনা | এত্চ বেভি | ৮ নৱ ১৮৪৬ | |
| ১২ | †লুইচ অ্যাগষ্টচ চেইক্চ চাহাব | গুআহাটি, ১৩ ডিচ ১৮৪৬ | চি বাৰ্কৰ | ১৩ ডিচ ১৮৪৬ | কলিকতালৈ পত্ৰ নিলে ১৮৪৭ |
| ১৩ | মিচ লুক্ৰিচিয়া এচ এল চেইক্চ | গুআহাটি, ১৩ ডিচ ১৮৪৬ | চি বাৰ্কৰ | ১৩ ডিচ ১৮৪৬ | |
| ১৪ | মিচ কেৰলাইন বুকৰ | গুআহাটি, ১৩ ডিচ ১৮৪৬ | চি বাৰ্কৰ | ১৩ ডিচ ১৮৪৬ | |
| ১৫ | †মইনা পেক | গুআহাটি, ১৩ ডিচ ১৮৪৬ | চি বাৰ্কৰ | ১৩ ডিচ ১৮৪৬ | চিৱসাগৰলৈ পত্ৰ নিলে ১৮৪৯ |
| ১৬ | জইমল, কচাৰি | গুআহাটি, ১৩ ডিচ ১৮৪৬ | চি বাৰ্কৰ | ১৩ ডিচ ১৮৪৬ | |
| ১৭ | †উলিয়ম কুক চাহাব | | | ১৩ ডিচ ১৮৪৬ | কলিকতালৈ গল |
| ১৮ | আপিস্তা, কচাৰি | গুআহাটি, ২১ মাৰ্চ ১৮৪৭ | চি বাৰ্কৰ | ২১ মাৰ্চ ১৮৪৭ | |
| ১৯ | পতিমা ত্ৰিপ | গুআহাটি, ২১ মাৰ্চ ১৮৪৭ | চি বাৰ্কৰ | ২১ মাৰ্চ ১৮৪৭ | নগাঁৱলৈ পত্ৰ নিলে ১৮৫১ |
| ২০ | *ফ্ৰাঞ্চিচ গোমেজ চাহাব | গুআহাটি | জেই বেই | ১৮ নৱ ১৮৪৭ | বাহিৰ কৰা হল ১৮৪৮ |
| ২১ | †মিচিচ ইলাইচা গোমেজ | গুআহাটি | উ ৰবিঞ্চন | ১৮ নৱ ১৮৪৭ | বাহিৰ কৰা হল ১৮৪৯ |
| ২২ | মিচিচ হেৰিএত হুকেৰ | গুআহাটি, ২১ নৱ ১৮৪৭ | চি বাৰ্কৰ | ২১ নৱ ১৮৪৭ | |
| ২৩ | বাবৰি মেৰি ইলাইচা | গুআহাটি, ২১ নৱ ১৮৪৭ | চি বাৰ্কৰ | ২১ নৱ ১৮৪৭ | |
| ২৪ | তমচ কেন চাহাব | গুআহাটি, ৫ ডিচ ১৮৪৭ | এম বুঞ্চন | ৫ ডিচ ১৮৪৭ | |

* জাৰ জাৰ নামত তৰা দিয়া হৈছে, সেইবিলাক মিত্যু হল; জিবিলাক বাহিৰ হৈ, বা আন মণ্ডলিত সোমাল, সিবিলাকৰ নামত এই চিন † দিয়া হৈছে।

| নং | মণ্ডলি লোকৰ নাম | বুৰ পোআ ঠাই আৰু সময় | বুৰ দিয়োঁতা | গ্ৰহন কৰা তাৰিখ | অন্য বিশেষ কথা |
|---|---|---|---|---|---|
| ২৫ | মিচিচ হেলেন এন মাৰ্তিন | গুআহাটি, ৫ ডিচ ১৮৪৭ | এম বুৰ্ণন | ৫ ডিচ ১৮৪৭ | এতিয়া ইংলণ্ডত আছে |
| ২৬ | †মিচিচ স্যাৰ্লত কেম্প | গুআহাটি, ৫ ডিচ ১৮৪৭ | এম বুৰ্ণন | ৫ ডিচ ১৮৪৭ | কলিকতালৈ পত্ৰ নিলে ১৮৫০ |
| ২৭ | †জি এত্চ গ্ৰোচ চাহাব | গুআহাটি, ২ জান ১৮৪৮ | চি বাৰ্কৰ | ২ জান ১৮৪৮ | কলিকতাত অন্য মণ্ডলৈ গল |
| ২৮ | এপলতন হাও দেন্ফৰ্থ চাহাব | হেলিফেক্স বৰ্মন্ত, ফেব ১৮৩৫ | এচ ফিস্য | ৭ মেই ১৮৪৮ | |
| ২৯ | মিচিচ ফ্ৰাঞ্চিচ এই এচ দেন্ফৰ্থ | ওৰ্চেস্তৰ, ৪ মেই ১৮৪২ | এচ বি চোৰেইম | ৭ মেই ১৮৪৮ | |
| ৩০ | মিচিচ মাৰ্গৰেত চি কেল | গুআহাটি, ৭ মেই ১৮৪৮ | চি বাৰ্কৰ | ৭ মেই ১৮৪৮ | |
| ৩১ | মিচিচ বেলা কেনুইক, বিধৱা | গুআহাটি, ২ ফেব ১৮৫১ | এই এত্চ দেন্ফৰ্থ | ২ ফেব ১৮৫১ | |
| ৩২ | উলিয়ম ওআৰ্দ চাহাব | স্যেফিল্দ ওহায়ো, ১ মা ৪৩ | ই বিতৃমণ্ড | ৬ জুল ১৮৫১ | |
| ৩৩ | মিচিচ কৰ্দিলিয়া এচ এত্চ ওআৰ্দ | ইৰিবিল নুয়ৰ্ক, অক ১৮৩৯ | চি এম এঞ্চোৰ্থ | ৬ জুল ১৮৫১ | |
| ৩৪ | পৰ্বাসি, বিধৱা | গুআহাটি, ৭ চেপ ১৮৫১ | এই এত্চ দেন্ফৰ্থ | ৭ চেপ ১৮৫১ | |
| ৩৫ | ৰূপবি | গুআহাটি, ৭ চেপ ১৮৫১ | এই এত্চ দেন্ফৰ্থ | ৭ চেপ ১৮৫১ | |
| ৩৬ | ধনি নুচিএন হেইডন | নগাঁও, ২৯ নৱ ১৮৪৬ | এম বুৰ্ণন | ৭ ডিচ ১৮৫১ | নগাঁও মণ্ডলিৰ পৰা |
| ৩৭ | বিপচু ৱাচন | নগাঁও, ২৯ নৱ ১৮৪৬ | এম বুৰ্ণন | ৭ ডিচ ১৮৫১ | সিৱসাগৰ মণ্ডলিৰ পৰা |
| ৩৮ | পুৰ্নি মাৰ্থা ৱাচন | সিৱসাগৰ, ৯ ডিচ ১৮৪৯ | এন ব্ৰাওন | ৭ ডিচ ১৮৫১ | সিৱসাগৰ মণ্ডলিৰ পৰা |

## নগাঁও জিলাৰ বাপ্তিষ্ট মণ্ডলি লোকৰ নাম আৰু গ্ৰহন কৰা তাৰিখ ।

| | | | | | |
|---|---|---|---|---|---|
| ১ | মাইল্চ বুৰ্ণন চাহাব | হোআইতচবৰো, ৩০ মেই ৩০ | ই গালুস্যা | ২৫ জান ১৮৪৫ | |
| ২ | ই-ক কত এম এল বুৰ্ণন | মেডিচন নুয়ৰ্ক | আৰ কিলাৰ্ক | ২৫ জান ১৮৪৫ | |
| ৩ | *পিতৰ সৰদাৰ | কলিকতা | জি পিয়ৰ্চ | ২৫ জান ১৮৪৫ | ম্ৰিত্যু হল ১৮৪৭ |
| ৪ | †এমিলি, পিতৰৰ ভাৰ্জা | নগাঁও, ১৭ নৱ ১৮৪৪ | এম বুৰ্ণন | ২৫ জান ১৮৪৫ | বঙ্গাল দেসলৈ গল |
| ৫ | †আনা, পিতৰৰ গিয়াতি | নগাঁও, ১৭ নৱ ১৮৪৪ | এম বুৰ্ণন | ২৫ জান ১৮৪৫ | বঙ্গাল দেসলৈ গল |
| ৬ | *মিচিচ কেতেকি ব্ৰন | নগাঁও, ১৭ নৱ ১৮৪৪ | এম বুৰ্ণন | ২৫ জান ১৮৪৫ | ম্ৰিত্যু হল ১৮৪৬ |
| ৭ | †মিচ মেৰি ক্ৰক বুৰ্ণন | নগাঁও, ২৯ নৱ ১৮৪৬ | এম বুৰ্ণন | ২৯ নৱ ১৮৪৬ | আমেৰিকালৈ পত্ৰ নিলে ১৮৪৯ |
| ৮ | †জোচেফ দিন্দু | নগাঁও, ২৯ নৱ ১৮৪৬ | এম বুৰ্ণন | ২৯ নৱ ১৮৪৬ | সিৱসাগৰলৈ পত্ৰ নিলে ১৮৪৮ |
| ৯ | †ধনি নুচিএন হেইডন | নগাঁও, ২৯ নৱ ১৮৪৬ | এম বুৰ্ণন | ২৯ নৱ ১৮৪৬ | গুআহাটিলৈ পত্ৰ নিলে ১৮৫১ |
| ১০ | সিববাম জেমচ ত্ৰিপ | নগাঁও, ২৯ নৱ ১৮৪৬ | এম বুৰ্ণন | ২৯ নৱ ১৮৪৬ | |

| নং | মণ্ডলি লোকৰ নাম | বুৰ পোআ ঠাঁ আৰু সময় | বুৰ দিওঁতা | গ্ৰহন কৰা তাৰিখ. | আৰু বিসেস কথা |
|---|---|---|---|---|---|
| ১১ | সোনাৰাম চাৰ্লচ তমচ | নগাঁও, ২৯ নৱ ১৮৪৬ | এম, বুঞ্চন | ২৯ নৱ ১৮৪৬ | |
| ১২ | কমৰাম এবেনিজৰ ক্লাৰ্ক | নগাঁও, ২৯ নৱ ১৮৪৬ | এম বুঞ্চন | ২৯ নৱ ১৮৪৬ | |
| ১৩ | †আলিম চামুএল ক্লালয়োএল | নগাঁও, ২৯ নৱ ১৮৪৬ | এম বুঞ্চন | ২৯ নৱ ১৮৪৬ | সিৱসাগৰলৈ পত্ৰ নিলে ১৮৫১ |
| ১৪ | †চান্দ, কেলেৰৰ ভাৰ্জা | | | ২৯ নৱ ১৮৪৬ | বঙ্গাল দেসলৈ গল |
| ১৫ | ঝিৰাই লাইনচ পেক | নগাঁও, ৬ ডিচ ১৮৪৬ | এম বুঞ্চন | ৬ ডিচ ১৮৪৬ | |
| ১৬ | ভোআই মনৰো উইদ | নগাঁও, ৭ নৱ ১৮৪৭ | এন ব্ৰাওন | ৭ নৱ ১৮৪৭ | |
| ১৭ | †জন তমচ ভোল্ট | নগাঁও, ৭ নৱ ১৮৪৭ | এন ব্ৰাওন | ৭ নৱ ১৮৪৭ | বাহিৰ কৰা হল ১৮৪৯ |
| ১৮ | †মিশেল চাৰ্লচ | নগাঁও, ৭ নৱ ১৮৪৭ | এন ব্ৰাওন | ৭ নৱ ১৮৪৭ | সিৱসাগৰলৈ পত্ৰ নিলে ১৮৪৮ |
| ১৯ | জুৰমন | গুআহাটি, ২১ নৱ ১৮৪৭ | এম বুঞ্চন | ২১ নৱ ১৮৪৭ | |
| ২০ | দেহিৰাম আলফৰ্দ বেনেট | গুআহাটি, ২১ নৱ ১৮৪৭ | এম বুঞ্চন | ২১ নৱ ১৮৪৭ | |
| ২১ | †পাৰ্ব্বা | গুআহাটি, ২১ নৱ ১৮৪৭ | এম বুঞ্চন | ২১ নৱ ১৮৪৭ | বাহিৰ কৰা হল ১৮৫০ |
| ২২ | আইৰা জই স্তদৰ্দ চাহাব | বস্তাই নুয়ৰ্ক, ৩ জুন ১৮৩৬ | আই চি স্তদৰ্দ | ২০ মেই ১৮৪৮ | |
| ২৩ | মিচিচ ক্ৰুচিলা চি এই স্তদৰ্দ | বফলো, ৬ ডিচ ১৮৪৬ | ই উ কিলাৰ্ক | ২০ মেই ১৮৪৮ | |
| ২৪ | কান্দুৰা বলিন স্মিথ | নগাঁও, ১০ জুন ১৮৪৯ | আই জেই স্তদৰ্দ | ১০ জুন ১৮৪৯ | |
| ২৫ | †ফৰ্নান্দো পৌ, আফ্ৰিকান | নগাঁও, ৬ জান ১৮৫০ | আই জেই স্তদৰ্দ | ৬ জান ১৮৫০ | ইঙ্গলণ্ডলৈ পত্ৰ নিলে |
| ২৬ | গতলৰ চি দৈবলি চাহাব | তেজপুৰ, ২৪ ফেব ১৮৫০ | এন ব্ৰাওন | ২৪ ফেব ১৮৫০ | নুৎবন মিস্যনেৰি হৈছিল |
| ২৭ | মিচিচ মেৰি এচ দৈবলি | বস্তন, ৪ জান ১৮৪৭ | এন কলবৰ | ১৮ মেই ১৮৫১ | |
| ২৮ | বকচি জৰ্জ কমিঙ্গ | সিৱসাগৰ, ১২ জুল ১৮৪৬ | এন ব্ৰাওন | ৯ নৱ ১৮৫১ | সিৱসাগৰৰ পৰা |
| ২৯ | পানু চেইৰা কমিঙ্গ | নগাঁও, ২৯ নৱ ১৮৪৬ | এন ব্ৰাওন | ৯ নৱ ১৮৫১ | সিৱসাগৰৰ পৰা |

## সিৱসাগৰ জিলাৰ বাপ্তিস্ট মণ্ডলি লোকৰ নাম আৰু গ্ৰহন কৰা তাৰিখ।

| | | | | |
|---|---|---|---|---|
| ১ | নেথন ব্ৰাওন চাহাব | হোআইতিংহেম, ৫ আগ ১৬ | জেই উইলচন | ২৫ জান ১৮৪৫ |
| ২ | মিচিচ ইলাইচা হুইতি ব্ৰাওন | বেনিংতন, ৫ ডিচ ১৮৩০ | উ জি জঞ্চন | ২৫ জান ১৮৪৫ |
| ৩ | অলিবৰ টি কটৰ চাহাব | কেম্বৃজপৰ্ত, ১৮২৮ | বি জেকব্চ | ২৫ জান ১৮৪৫ |
| ৪ | মিচিচ হেৰিএত বি এল কটৰ | কেম্বৃজপৰ্ত, ১৮২৮ | বি জেকব্চ | ২৫ জান ১৮৪৫ |
| ৫ | নিধি লিবাই ফাৰৱেল | জইপুৰ, ১৩ জুন ১৮৪১ | এম বুঞ্চন | ২৫ জান ১৮৪৫ |

| নং | মণ্ডলি লোকৰ নাম | বুৰ পোৱা ঠাই আৰু তাৰিখ | বুৰ দিওঁতা | গ্ৰহন কৰা তাৰিখ | আৰু বিসেস কথা |
|---|---|---|---|---|---|
| ৬ | বাতিৰাম দাস পেক | সিবসাগৰ, ৯ মাৰ্চ ১৮৪৫ | এন ব্ৰাওন | ৯ মাৰ্চ ১৮৪৫ | |
| ৭ | কলিবৰ চাৰ্কৰ | সিবসাগৰ, ১৩ জুল ১৮৪৫ | এন ব্ৰাওন | ১৩ জুল ১৮৪৫ | |
| ৮ | ৰামচিঙ্গ চাইমন | সিবসাগৰ, ২১ ডিচ ১৮৪৫ | এম ব্ৰন্সন | ২১ ডিচ ১৮৪৫ | |
| ৯ | †বকুচি জৰ্জ কমিঙ্গ | সিবসাগৰ ১২ জুল ১৮৪৬ | এন ব্ৰাওন | ১২ জুল ১৮৪৬ | নগাঁৱলৈ পত্ৰ নিলে ১৮৫১ |
| ১০ | †পানু চেইবা কমিঙ্গ | নগাঁও, ২৯ নৱ ১৮৪৬ | এন ব্ৰাওন | ২৯ নৱ ১৮৪৬ | নগাঁৱলৈ পত্ৰ নিলে ১৮৫১ |
| ১১ | *ধুকু আবি কাৰৰেল | নগাঁও, ২৯ নৱ ১৮৪৬ | এন ব্ৰাওন | ২৯ নৱ ১৮৪৬ | মিত্ৰ্যু হল ২ এপ ১৮৫১ |
| ১২ | †বিপচু ব্ৰন্সন | নগাঁও, ২৯ নৱ ১৮৪৬ | এম ব্ৰন্সন | ২৯ নৱ ১৮৪৬ | গুআহাটিলৈ পত্ৰ নিলে ১৮৫১ |
| ১৩ | ‡জোঁচেফ দিয়ু | নগাঁও, ২৯ নৱ ১৮৪৬ | এম ব্ৰন্সন | ৩০ মেই ১৮৪৭ | বাহিৰ কৰা হল ১৮৪৮ |
| ১৪ | মনটানৈ | সিবসাগৰ, ১২ ডিচ ১৮৪১ | এন ব্ৰাওন | ৩ জুল ১৮৪৭ | বাহিৰে থোৱা হৈছে |
| ১৫ | *হুবে, নগা | সিবসাগৰ, ১২ চেপ ১৮৪৭ | এন ব্ৰাওন | ১২ চেপ ১৮৪৭ | মিত্ৰ্যু হল ১০ অক ১৮৪৭ |
| ১৬ | খিনাই দাস | সিবসাগৰ, ২৪ অক ১৮৪৭ | এন ব্ৰাওন | ২৪ অক ১৮৪৭ | |
| ১৭ | সকৰাম বাৰ্কৰ | সিবসাগৰ, ২৪ অক ১৮৪৭ | এন ব্ৰাওন | ২৪ অক ১৮৪৭ | |
| ১৮ | চাৰ্লচ এলেক্‌চান্দৰ বুকক চাহাব | গোআলপাৰা, ২৮ নৱ ১৮৪৭ | এন ব্ৰাওন | ২৮ নৱ ১৮৪৭ | |
| ১৯ | মিচিচ ইলিচবেত মাৰ্স্তৰ্চ বুকক | গোআলপাৰা, ২৮ নৱ ১৮৪৭ | এন ব্ৰাওন | ২৮ নৱ ১৮৪৭ | |
| ২০ | মুমলি ফ্ৰেকৰ্ম | নগাঁও, ৭ নৱ ১৮৪৭ | এন ব্ৰাওন | ৪ নৱ ১৮৪৮ | নগাঁও মণ্ডলিৰ পৰা |
| ২১ | মইনা, পেক | গুআহাটি, ১৩ ডিচ ১৮৪৬ | চি বাৰ্কৰ | ১৮৪৯ | গুআহাটি মণ্ডলিৰ পৰা |
| ২২ | চকু বাৰ্কৰ | সিবসাগৰ, ৯ ডিচ ১৮৪৯ | এন ব্ৰাওন | ৯ ডিচ ১৮৪৯ | |
| ২৩ | †পুদ্ৰি বৰ্ধা জৰ্দ্দন | সিবসাগৰ, ৯ ডিচ ১৮৪৯ | এন ব্ৰাওন | ৯ ডিচ ১৮৪৯ | গুআহাটিলৈ পত্ৰ নিলে ১৮৫১ |
| ২৪ | চামুএল এম হোআইতিঙ্গ চাহাব | হাৰ্ডকৰ্দ, ৭ ফেব ১৮৪১ | জেই এচ ইটন | ৬ জুল ১৮৫১ | |
| ২৫ | মিচিচ মেৰি ইলিচবেত হোআইতিঙ্গ | হাৰ্ডকৰ্দ, মাৰ্চ ১৮৪৪ | এচ্ জেক্‌চন | ৬ জুল ১৮৫১ | |
| ২৬ | কুৰ্তি কেবলাইন চাইমন | সিবসাগৰ, ৬ জুল ১৮৫১ | এন ব্ৰাওন | ৬ জুল ১৮৫১ | |
| ২৭ | জগৰি | সিবসাগৰ, ৬ জুল ১৮৫১ | এন ব্ৰাওন | ৬ জুল ১৮৫১ | |
| ২৮ | বুধি লিজি | সিবসাগৰ, ৬ জুল ১৮৫১ | এন ব্ৰাওন | ৬ জুল ১৮৫১ | |
| ২৯ | ভৰৰাম হেনৰি জেক্‌চন | সিবসাগৰ, ৭ চেপ ১৮৫১ | এচএম হোআইতিঙ্গ | ৭ চেপ ১৮৫১ | |
| ৩০ | নুজচাঙ্গ ফ্ৰান্সিচ ওএলন্দ, নগা | সিবসাগৰ, ৭ চেপ ১৮৫১ | এচএম হোআইতিঙ্গ | ৭ চেপ ১৮৫১ | |
| ৩১ | আলিম চামুএল কাল্‌দোএল | নগাঁও, ২৯ নৱ ১৮৪৬ | এম ব্ৰন্সন | ১ ডিচ ১৮৫১ | নগাঁও মণ্ডলিৰ পৰা |

# অৰুনোদই

৭ বচৰ। মোং সিৱসাগৰ, জানুআৰি, ১৮৫২। নম্বৰ ১।

VOL. VII. SIBSAGOR, ASAM, JANUARY, 1852. NO. 1.


## কাশ্মিৰ দেশৰ বিৱৰন।

Account of Kashmir

পঞ্জাব দেশৰ উত্তৰ ভাগত কাশ্মিৰ দেশ আছে। সেই দেশ অতি সুন্দৰ ঠয়াম; চাৰিও কালে সদাই হিম থকা বৰ ওখ পৰ্বতে বেৰি আছে, মাজে দি ঝিলম নদি বৈ গৈছে ঠাই ওখ হোআ হেতুকে কিছু জাৰ, কিন্তু সকলো ভাল গুটি ফুল সৰহকৈ থকা দেখি সেই ঠৈয়ামক হিন্দুস্থানৰ এদেন বাৰি বোলে। নদিৰ দাঁতিত প্ৰায়ে সকলো ঠায়ে কপিত মাটি; ঠায়ে ঠায়ে গোম ধান, আপল গছ, নৰা বগাৰি, মুগা পোহা মুনি গছ, আৰু ভাল জাতৰ লতা পনিয়াল। সুমথিৰা, আম, কল আদি দখিন দেশৰ গুটিবোৰ তাত সিতৰ কাৰনে ন পকে। গোলাপ ফুল, ভলু কুঁঅৰি, কনাৰি আদি অনেক বিধ চিকন ফুলেৰে প্ৰিথিৱি ভূসিত হৈছে।

ঝিলম নদি ৪০০।৫০০ মাম হাত বহল; কিন্তু ঠায়ে ঠায়ে তাৰ ওপৰত দলঙ সজা হৈছে। স্ৰিনগৰ নামে তাৰ ৰাজ্য খানি ঝিলম নৈৰ কাসত আৰু তাৰ ওপৰতো সজা হৈছে; ই ঘৰৰ পৰা সি ঘৰলৈ নাৱেৰে জাই; নদি বাসি ৬০,০০০। একবৰ বাদসাই আলিৰ দাঁতিত ৰোআ গছ আৰ্হি স বচৰৰ বুৰা হৈও অতি সুন্দৰ ৰূপে ছুৰ দিএ। নগৰৰ অলপ ওঁতৰত ডল নামে এক সুৰোবৰ আছে; তাৰ ঘুৰন ১০।১২ মাইল। তাৰ ভাটি কালে ২৪ মাইলৰ ওঁতৰত ওলৰ সৰোবৰো আছে; তাৰ মেৰ ৫০ মাইল মান; বাতি



Moha Raja Golab Sing.

তাত মহ সৰহ। সৰোবৰৰ কাসৰত সিঙ্গৰি, আৰু পদ্ম ফুল অনেক আছে।

মানুহবিলাক প্ৰায়ে মচলমান। সিবিলাকে ভাত, ৰুটি, মেৰ আৰু চাগৰ মঙ্গহ, মাচ আদি খাই; পনিয়ালৰ এবিধ ৰস সকত সুৰা কৰে।

মেৰ চাগৰ নোম বহু স্ৰমেৰে ধুই নিকা কৰি, তাৰে সুন্দৰ কাপৰ বই। চাগৰ নোমেৰে কাশ্মিৰৰ চাল কাপৰ সকলো দেশত বেচে, দাম সৰহ লই। বচৰে বচৰে ৮০,০০০ মান চাল কাপৰ কৰে। তাঁত শাল ১৬,০০০।

কাশ্মিৰৰ মহা ৰজা গোলাব চিঙ্গ নৰিয়া হোআত তেঁও বেজলৈ ভই কৰি সিইতৰ দৰৱ নে খাই গৱৰ্নমেন্তলৈ পত্ৰ লিখি এজন ডক্তৰ চাহাবক খুজি পঠালে। গোলাব চিঙ্গ মহা ৰজাৰ নকচা ওপৰে লিখা হৈছে। তেঁওৰ ৰাজ খানিত ৰেচিদন্ত ৰাবে থাকিবলৈ গৱৰ্নমেন্ত বাহাদুৰে শ্ৰীযুত মেজৰ মেগ্ৰেগৰ চাহাবক পঠালে।

## ধৰম কথাৰ সম্বাদ ।

Religious Intelligence.

জানুআৰি মাহৰ ৪ তাৰিখ দেও বাৰে নগাঁও মিসনেৰি ইস্কুলৰ শ্ৰীমতি নেল্লি ৰাহুকক্ষি, শ্ৰী মতি নাচিমনি ইলাইচা ওআৰ্ড, শ্ৰীমতি ভুটকুৰি চুচন কোল্ৰি, আৰু শ্ৰীমতি ৰাতিবৰি মাৰ্গৰেত দৰ্কচ, এই চাৰি জনি শ্ৰীজুত দৈৱলি চাহাবৰ দোআৰাই বুৰ পাই খ্ৰিষ্টিয়ান মণ্ডলিত গ্ৰাজ্য কৰা হল ।

মান দেসৰ ৰাংগুন নগৰত থকা এজন হিন্দু মানুহে মিস্যনেৰি পাদুৰি শ্ৰীজুত কিঙ্কেদ চাহাবক ঠাই দিয়াত নগৰৰ অধিকাৰে সেই হিন্দু লোকক ধৰি মৰালৈকে সাস্তি দি দি থাকিল । সেই সকলো কথা কিঙ্কেদ চাহাবে আপোনাৰ আমেৰিকা দেসৰ অধিকাৰলৈ নিবেদন লিখি পঠালে ।

ফ্ৰিচৰ্চ মিস্যনেৰি ইস্কুলত থকা চাত্ৰৰ সংখ্যা । মাদ্ৰাজ ২৩০০; কলিকতা ১২০০; চুচুৰা ৭০০, বম্বাই ১২০০ ।

ডিচেম্বৰ মাহত মাদ্ৰাজ নগৰত ফ্ৰিচৰ্চ মিস্যনেৰি পাদুৰিবিলাকে এই দেসি তিনি জন সিস্যক মণ্ডলিৰ ৰখ্যক বাবে নিজোজন কৰিলে ।

---

## অচমিয়া বাপ্তিষ্ট সমাজ পতাৰ কথা ।

First Meeting of the Asam Baptist Association.

১৮৫১ সঁকৰ ৩০ অক্টোবৰ তাৰিখত অচম দেসৰ বাপ্তিষ্ট মণ্ডলিৰ পৰা কেতবিলাক পাঁচনি আহি এক ধৰম সমাজ থাপন কৰিলে । সভাপতি শ্ৰীজুত পাদুৰি ব্ৰাওন চাহাব, আৰু শ্ৰীজুত কটৰ চাহাব, শ্ৰী বাতিৰাম দাস পেক, এই দুজন লিখক নিজোজন কৰিলে ।

পাচে সমাজৰ এই এই নিৰ্বন্ধ কথা থিৰ কৰিলে ।

১ । এই সমাজৰ নাম, অচমিয়া বাপ্তিষ্ট মণ্ডলিবিলাকৰ সমাজ ।

২ । এই সমাজৰ সভা পতা কালত এক সভাপতি, আৰু ইংৰাজি অচমিয়া ভাসাৰে সভাৰ কথা লিখিবলৈ দুজন লিখক, আৰু এজন ভঁৰালি, এই চাইটা বিসয়া নিজোজন কৰিব; আৰু পাচৰ বচৰত সিবিলাকৰ সলনি ন কৰে মানে, সেই বাৰ থাকিব ।

৩ । বচৰে বচৰে সমাজে পুৰ্বে থিৰ কৰা ঠাই আৰু সময়ত সভা পাতি মেল কৰিব । সেই সভালৈ প্ৰতি মণ্ডলিএ চই জনলোকে পাঁচনি পঠোৱা উচিত ।

৪ । প্ৰতি মণ্ডলিএ পাঁচনিবিলাকৰ লগত সমাজলৈ পত্ৰ লিখি মণ্ডলিৰ অৱস্থা, দুখ আৰু সুখ ভোগ, সেই সকলোকে বুজাই দিয়া উচিত ।

৫ । আমাৰ প্ৰভু যিচু খ্ৰিষ্টৰ ৰাজ্য বঢ়াবৰ নিমিত্তে আৰু সকলোৰে হিত চিন্তি আলচ আৰু উপকাৰ কৰিবৰ নিমিত্তে এই সমাজ থাপন কৰা হৈছে ।

৬ । প্ৰতি মণ্ডলি স্বতন্ত্ৰ হৈ আপোন আপোন কৰম চলোআত সেই কৰমৰ ওপৰত অধিকাৰ হবলৈ এই সমাজৰ একো সক্তি নাই ।

৭ । আমাৰে সৈতে একে বিশ্বাস আৰু আচৰন প্ৰবৰ্ত্তা কোনো মণ্ডলিৰ জদি এই সমাজত সোমাবৰ ইচা হই, তেন্তে পত্ৰ লিখি দিলে, সমাজে গোট খোআ সময়ত গ্ৰাজ্য কৰিব পাৰে ।

৮ । বচৰি বচৰি সভা নৌ ভাগোঁতেই পাচ বচৰৰ সভাত ইংৰাজি আৰু অচম ভাসাৰে সাস্ত্ৰ কিৰ্ত্তন কৰিবলৈ দুজন ভায়েকক নিজোজন কৰিব ।

৯ । এই নিৰ্বন্ধৰ কোনো কোনো কথা সলনি কৰিবৰ উচিত দেখিলে, বচৰৰ সভাত তাক গুচাই আন আন কথা থিৰ কৰিবৰ সক্তি আচে ।

পাচে নগাঁও, গুআহাটি, সিৱসাগৰ, এই তিনি জিলাৰ মণ্ডলিৰ পৰা অহা পত্ৰ পাৰ্হি সুনাই ইশ্বৰৰ কথা কিৰ্ত্তন কৰি দু দিন নিয়ালে । শ্ৰীজুত পাদুৰি ব্ৰন্সন চাহাবক সমাজৰ ভঁৰালি বাবে নিজোজন কৰিলে । আৰু মিস্যনেৰি কৰম চলাবৰ নিমিত্তে সকলোৱে ইচা মতে ধন দি ৩৫৸৶ ৰুপ গোটালে ।

পাচৰ বচৰত ডিচেম্বৰ মাহৰ সেস বিৰচতি বাৰে নগাঁও জিলাত আকৌ গোট খাবলৈ থিৰ কৰিলে ।

## গজনিনৰ ৰজাবিলাকৰ নাম আৰু ৰাজ্য পোৱা সঁক ।

Mahomedan Conquerors of India—Ghaznivide Dynasty.

| | হিজিৰি | ইং সক |
|---|---|---|
| নাচৰ উদ্দিন চবুক্তগিন . . | ৩৬৬ | ৯৭৬ |
| গজনিনৰ বাদস্যা মহমদ গাজি | ৩৮৭ | ৯৯৭ |
| মুভিৰ মহমদ . . . . | ৪২১ | ১০৩০ |
| মচউদ বেন মহমদ গাজি . | ৪২১ | ১০৩০ |
| মদুদ বেন মচউদ . . . | ৪৩৩ | ১০৪১ |
| মুভিয় মচউদ . . . . | ৪৪১ | ১০৪৯ |
| আবদুল হচেন . . . . | ৪৪১ | ১০৪৯ |
| আবদুল ৰাচেদ . . . . | ৪৪৩ | ১০৫২ |
| ফেৰুখজাদ . . . . . | ৪৪৩ | ১০৫২ |
| চুলতান ইব্ৰাহিম . . . | ৪৫০ | ১০৫৮ |
| মচউদ বেন ইব্ৰাহিম . . | ৪৯২ | ১০৯৮ |
| আৰ্চিলা . . . . . . | ৫০৯ | ১১১৫ |
| বহৰাম . . . . . . . | ৫১১ | ১১১৭ |
| খোস্ৰো . . . . . | ৫৪৭ | ১১৫২ |
| খোস্ৰো মলিক . . . . | ৫৫৪ | ১১৫৯ |

## হিন্দুস্থানৰ পাঠান বা আফগান ৰজাৰ নাম ।

Ghori or Afghan Sultans of Hindustan.

| | | |
|---|---|---|
| স্যোহাৰ উদ্দিন আবুল মুজফৰ মহমদ চামি এল গোৰি | ৫৮৭ | ১১৯১ |
| কুতুব উদ্দিন ইবেক . . | ৬০২ | ১২০৬ |
| আৰাম স্যা বেন ইবেক . | ৬০৭ | ১২১০ |
| স্যোমচ উদ্দিন ইলতুমস্য | ৬০৭ | ১২১০ |
| ৰুকন উদ্দিন ফিৰোজ স্যা . | ৬৩৩ | ১২৩৫ |
| চুলতানা ৰজিয়া . . . . | ৬৩৪ | ১২৩৬ |
| মোআজ উদ্দিন বহৰাম স্যা | ৬৩৭ | ১২৩৯ |
| আলা উদ্দিন মচউদ স্যা | ৬৪০ | ১২৪২ |
| নাচৰ উদ্দিন মহমদ . . | ৬৪৩ | ১২৪৫ |
| গয়াচ উদ্দিন বালিন বলবন | ৬৬৪ | ১২৬৫ |
| মোআজ উদ্দিন কৈকোবাদ | ৬৮৫ | ১২৮৬ |
| জেলাল উদ্দিন ফিৰোজ স্যা | ৬৮৮ | ১২৮৯ |
| আলা উদ্দিন মহমদ স্যা চিকন্দৰ চানি . . . | ৬৯৫ | ১২৯৫ |
| স্যোহাৰ উদ্দিন ওমৰ . . | ৭১৬ | ১৩১৬ |
| কুতুব উদ্দিন মুবাৰক স্যা | ৭১৭ | ১৩১৭ |
| গয়াচ উদ্দিন তুগলক স্যা . | ৭২১ | ১৩২১ |
| মহমদ স্যা বেন তুগলক . | ৭২৫ | ১৩২৪ |
| মোআজম ফিৰোজ স্যা . | ৭৫২ | ১৩৫১ |
| গয়াচ উদ্দিন তুগলক স্যা . | ৭৯০ | ১৩৮৮ |
| আবুবেকৰ স্যা . . . . | ৭৯১ | ১৩৮৯ |
| নাচৰ উদ্দিন মহমদ স্যা | ৭৯৩ | ১৩৯১ |
| আলা উদ্দিন চিকন্দৰ স্যা | ৭৯৬ | ১৩৯৩ |
| নাচৰ উদ্দিন মহমদ স্যা | ৭৯৬ | ১৩৯৩ |
| দৌলত খাঁ লোদি | ৮১৬ | ১৪১৩ |
| খিচৰ খাঁ, (তিমুৰৰ অধিন) | ৮১৭ | ১৪১৪ |
| মোআজ উদ্দিন মুবাৰক স্যা | ৮২৪ | ১৪২১ |
| মহমদ স্যা বেন ফৰিদ | ৮৩৭ | ১৪৩৩ |
| আলা উদ্দিন বেন মহমদ স্যা | ৮৫০ | ১৪৪৬ |
| বেহুলি লোদি . . . . | ৮৫৪ | ১৪৫০ |
| চিকন্দৰ বেন বেহুলি . . | ৮৯৪ | ১৪৮৮ |
| ইব্ৰাহিম বেন চিকন্দৰ . . | ৯২৩ | ১৫১৭ |
| ফৰিদ উদ্দিন স্যোৰ স্যা . | ৯৪৭ | ১৫৪০ |
| ইচলাম স্যা বেন স্যোৰ স্যা | ৯৫২ | ১৫৪৫ |
| মহমদ আদল স্যা . . . | ৯৬০ | ১৫৫২ |
| ইব্ৰাহিম চুৰ . . . . | ৯৬১ | ১৫৫৩ |
| চিকন্দৰ স্যা . . . . . | ৯৬২ | ১৫৫৪ |

## তিমুৰ আদি মগল বংসি ৰজাৰ নাম ।

Emperors of the Mogul Dynasty.

| | | |
|---|---|---|
| অমিৰ তিমুৰ চাহেব কেৰান | ৭৭১ | ১৩৭০ |
| মিৰান স্যা জেলাল উদ্দিন . | ৮০৭ | ১৪০৫ |
| চুলতান মিৰ্জা মহমদ . . | ৮১০ | ১৪০৮ |
| চুলতান আবুচয়েদ . . . | ৮৫৫ | ১৪৫১ |
| চুলতান ওমৰ স্যেক মিৰ্জা . | ৮৭৩ | ১৪৬৯ |
| বাবৰ জহিৰ উদ্দিন মহমদ | ৮৯৯ | ১৪৯৪ |
| হুমায়ুন নাচৰ উদ্দিন . . | ৯৩৭ | ১৫৩১ |
| আকবৰ জেলাল উদ্দিন মহমদ | ৯৬৩ | ১৫৫৬ |
| জেহাংগিৰ আবুল মুজফৰ নুৰুদ্দিন মহমদ . . | ১০১৪ | ১৬০৫ |
| স্যা জেহান স্যোহাৰ উদ্দিন চাহেব কেৰান চানি . | ১০৩৭ | ১৬২৮ |
| আওৰংজেব আলমগিৰ | ১০৬৮ | ১৬৫৮ |
| মহমদ আজম স্যা . . | ১১১৮ | ১৭০৭ |
| স্যা আলম বাহাদুৰ স্যা . | ১১১৮ | ১৭০৭ |
| জেহান্দাৰ স্যা মোআজ উদ্দিন | ১১২৪ | ১৭১৩ |
| ফেৰুখচিয়ৰ মহমদ স্যাহিদ | ১১২৪ | ১৭১৩ |
| ৰফি উদ্দিন . . . . | ১১৩১ | ১৭১৯ |
| ৰফি উদ্দৌলা . . . . | ১১৩১ | ১৭১৯ |
| মহমদ স্যা ৰৌচন আখ্তৰ | ১১৩১ | ১৭১৯ |
| আহমদ স্যা আবুল নাচৰ | ১১৬১ | ১৭৪৯ |
| আলমগিৰ চানি আজিজ উদ্দিন | ১১৬৭ | ১৭৫৪ |
| স্যা জেহান . . . . | ১১৭৩ | ১৭৫৯ |
| স্যা আলম জেলাল উদ্দিন | ১১৭৩ | ১৭৫৯ |
| মহমদ বদৰ বাখত . . | ১২০১ | ১৭৮৬ |
| আকবৰ চানি মোআজ উদ্দিন | ১২২১ | ১৮০৬ |

কাপৰত ।∙:ধা পাত সুতিৰ আখৰ ।



## য়্যান হার্মচেন নামেৰে এটা মাউৰা লৰাৰ বিবৰন ।

Memoir of Jan Harmsdoh.

হলণ্ড দেসৰ গেলডর্ন প্রদেসৰ এক সৰু গাঁৱত য়্যান হার্মচেন নামেৰে এটা মাউৰা লৰা আছিল । ইঙ্গৰাজি ১৭৭৮ সঁকত জনম হৈ ১৩ বচৰ বয়সত তাৰ ম্রিত্যু হল । তাৰ বাপেক একজন দুখিয়া পৰিস্রুমি লোক হোআৰ কাৰনে আপোনাৰ লৰাক পর্হা সালিত পঠিয়াব নোঅৰা দেখি সেই লৰা অগিয়ানি হৈ বাৰ্হি ডাঙ্গৰ হল । তাৰ আঠ বচৰ বয়সত মাক মৰিল । সেই সময়ৰ পৰা অকল সৰিয়া হলত খেতি পথাৰে সুই ফুৰি আপোনাৰ দিন কাল এনেই নিয়াইচিল; আৰু বিস্রাম বাৰৰ দিনাও সি আপোনাৰ অসাৱধান বাপেকে সৈতে লগ হৈ গৈ, জত একো নি সিকি কেৱল অনুচিত আৰু ইশ্বৰক নিন্দা কৰাৰ কথা সিকে, এনে চেৰাপ বেচা দোকানিৰ ঘৰলৈ গৈ থাকিচিল ।

ইঙ্গৰাজি ১৭৮৮ সঁকত তাৰ দহ বচৰ বয়স হলত দুখিয়া বাপেকো হঠাত ম্রিত্যু হৈ মৰিল হেতুকে ওচৰ চুবুৰিয়া এঘৰত গতাই দিয়াত আহ্লাৰ পাই পর্হা সালিত পঠিয়াবলৈ থোআ হল । তাৰ দহ বচৰ বয়স হলতো অলপমান পর্হিবলৈ সিকাবলৈকো অনেক দিন লাগিল । সেই লৰাক জাৰ ঘৰত থোআ হৈচিল, সেই লোকেও আৰু তাৰ সিধ্যকেও ধৰম সাস্ত্ৰৰ কোনো গিয়ানৰ কথাত তাৰ মন ফিৰাবলৈ কেতিয়াও কাৰ্বাৰ কৰা নাচিল । ইশ্বৰ আৰু ত্রান কৰ্তাৰ কেনে প্রেম, তাৰ বিসয়েও

সেই লৰাই একোকে জনা নাছিল; আৰু খ্ৰিষ্টৰ নামকো সি নে জানিছিল। দয়ালু ত্ৰান কৰ্ত্তা জি সৰু লৰাৰ মিত্ৰ, জদি তেঁও সেই লৰাক মৰম ন কৰিলেহেঁতেন, সেই লৰা সেই অগিয়ানি অৱস্থাতেই থাকিলহেঁতেন, ইয়াত একো সংসই নাই। ইস্বৰক মানিবলৈ আৰু ভই কৰিবলৈ সিক্ষা পোৱা য়ানৰ লগৰ এজন ওমলা লৰা জাৰ নাম পিতৰ আছিল, সেই লৰাই সৈতে য়ানে বাটত কথা কোৱা কুই কৰি কোনো ওচৰ চুবুৰিয়া এঘৰৰ গাঁৱলৈ জাওতে, য়ানে আপোনাৰ আগৰ সপত খোৱা বিতিৰ দৰে প্ৰাই সকলো কথাতে সপত খোআত পিতৰে তাক অনুজোগ কৰি এই কথা কলে।

পিতৰ। "ছিহ্, ছিহ্, য়ান, তুমি সপত নো খোআকৈ কথা কব নোআৰা নে?

য়ান। হঁা পিতৰ, মই নো কিয় সপত নে খাম?

পি। সেয়ে পাপ।

য়া। পাপ নো কি?

পি। সেয়ে কুকৰম, তাকে কৰিলে পাপ হই; আৰু জি সকলে পাপ কৰে, সেই সকলোএ দণ্ড পোৱা হব।

য়া। চিমোন নামেৰে জি জন মোৰ গৰাকি তেঁৱেই সপত নে খাবলৈ মোক বাধা ন কৰে আৰু গাঁৱৰ অধিকাৰ জনে আপুনি নিজে সপত খাই, তেন্তে কোনে মোক দণ্ড দিব?

পি। ইস্বৰে তোমাক দণ্ড দিব।

য়া। তুমি ইস্বৰ বুলি জি কৈছা, এয়ে মোৰ মনত পৰিছে হই, কিয়নো তুমি কোআৰ দৰেই তিৰোতা এজনিএও এবেলি মোক কৈছিলে; কিন্তু মই তালৈ ভই ন কৰোঁ; সেই জন মানুহক মই কেতিয়াও দেখা নাই, আৰু তেঁও মোকো নে জানে, এই কাৰনে তালৈ একো ভই নাই। বাৰু পিতৰ, তুমি আঁহাচোন, তেঁও নো কোন জন, আৰু কত থাকে, তাকে মোত কোআহি।

পি। অস অস, য়ান, তুমি ইমান অগিয়ানি নে! ইস্বৰ মানুহ ন হই; জি জনে এই প্ৰিথিবি আৰু আমি দেখা সকলো বস্তুকে সৃজন কৰিলে, ইস্বৰ সেই জন; বেলি জোনৰ ওপৰেও স্বৰগত তেঁও থাকে।

য়া। এইমান ওপৰে দূৰৈত থাকে জদি, তেঁও মোক কেনেকৈ জানিব পাৰে!

পি। মোৰ বোপাই আয়ে মোত কই, বোলে, ইস্বৰে সকলোকে দেখে আৰু সুনে, আৰু স্বৰুপকৈ সকলো দুৰাচাৰিকে তেঁও দণ্ড দিব।

জেতিয়া এই কথাবিলাক য়ানৰ মনত ক্ৰমে বৰকৈ লাগিল, তেতিয়াৰে পৰা য়ানে বিয়াকুল হৈ পৰিত্ৰানৰ পথ সিকি আৰু বাৰ সপত নে খাবলৈ মনত থিৰ কৰিলে; তথাপি সেই মন্দ আচৰনৰ এইমান সক্তি আছিলে, জে সি সপত নে খাবলৈ মনত থিৰ কৰিও বাৰে বাৰে সপত খোআত, পিতৰে জি কথা আগেএ কৈছিলে, সেই কথাৰ গুনেই য়ানৰ মনত বৰ ভই বৰ্হোআৰ গুন হল।

জি এজনি ভাল তিৰোতাই আগেএ য়ানৰ মন্দ আচৰন দেখি তাক ডাঁটি কৰিছিলে, সেই তিৰোতাই য়ানক এদিনা ভাবনা কৰি লোককৈ বহি থকা দেখি সুধিলে, প্ৰিয় য়ান, তোমাৰ কি হৈছে? পাচে সি কলে, মই বৰ অধৰমি হৈছোঁ, আৰু মই সুনিছোঁ, অধৰমি লোক সকলক দণ্ড দিব, ইয়াতে মোৰ মনত বৰ ভই সোমাইছে। এই কথা সুনি সেই তিৰোতাই আপুনি জিমান জানে, তিমান সিকালে; আৰু তাক কলে, তুমি গিৰ্জা ঘৰলৈ গৈ ইস্বৰৰ কথা সুনা, তাতে তুমি কি কি কৰিব লাগে, আপুনি জানিবা। তেতিয়াৰে পৰা য়ানে সুভ বাত্ৰাৰ কথা থিৰ ৰূপে সুনোঁতা হল; তেও সেই লৰা এনে অগিয়ানি আছিলে, জে উপদেসৰ কথা একো বুজিব নোআৰিছিল। পাচে সেই তিৰোতাই আপুনি ন জনাৰ কাৰনে তাক আৰু সিকাব নোআৰি আপোনাৰ প্ৰচাৰকৰ তালৈ লৈ গৈ কলে, হে প্ৰিয় প্ৰচাৰক, আমাৰ চুবুৰিয়াৰ ঘৰত থকা এই সৰু লৰাটিক তোমাৰ এথেলৈ আনিছোঁ; ই আপোনাৰ পাপলৈ

মনত খেদ কৰি আৰু সান্তনা নে পাম বুলি ভাবনা কৰিচে; এই সৰু মাউৰা লৰাটিক লওক, আৰু ধৰমৰ কথা সিকাওক। পাচে প্রচাৰকে লৰাটিক ললে, আৰু মই ইয়াক ধৰমৰ কথা সিকাম বুলি সেই ৰিৰোতাত কলে; আৰু প্রচাৰকে য়ানকো এই বুলি কলে, ইস্বৰৰ দায়াৰে তোমাৰ পাপ আৰু ভয়ৰ পৰা একে বেলিএ জেন ৰখ্যা পাব পাৰা, এনে এক উপাইৰ কথা মই তোমাক জনাব পাৰোঁ। পাচে আৰু সাৰ তাক কলে, বুধ আৰু সনিবাৰৰ দিনা গধুলি পৰত তুমি মোৰ ইয়ালৈ আহিবা, পিচে ভালকৈ তোমাক মই উপাইৰ কথা জনাম।

সেই সময়ৰে পৰা প্রচাৰকে কোআৰ দৰে য়ানে গৈ থকাত, এদিনা প্রচাৰকে তাত কলে, হে মোৰ প্রিয় য়ান, সৰ্ব্বদা ধন্য ইস্বৰ, জি জনে প্রিথিবিৰ ধুলিৰে মানুহ নিৰ্ম্মান কৰি, সৰিলেৰে সৈতে নষ্ট ন হৈ সৰ্ব্বকালে জিয়াই থকা এক অমৰ আত্মা দিলে। প্রথম মানুহে জদি ইস্বৰৰ আগ্যা উলংঘি পাপ ন কৰা হলে, মনুস্য জাতিক কেতিয়াও ম্রিত্যুএ বস কৰিব নোআৰিলেহেঁতেন। কিন্তু আগ্যা উলংঘন কৰিলত সকলো মনুস্য বংসৰ ওপৰত ম্রিত্যুএ সক্তি পোআত সকলোএ ম্রিত্যুৰ অধিন হল। এই হেতুকে সকলোএ অৱস্য মৰিব লাগে; কিন্তু তাতকৈ এইহে এক মহা ভয়ঙ্কৰ, জে মানুহে আপোনাৰ পাপৰ ফলে অমৰ আত্মাক অনন্ত দণ্ডৰ অধিন কৰিলে। হে মোৰ প্রিয় য়ান, এতিয়া তুমি বিবেচনা কৰা, পাপৰ স্বৰুপ ফল এই; তুমি, মই, আৰু সকলো মনুস্য জাতিএই অনন্ত দুখৰ অধিন হৈচোঁ। এই কথা য়ানে সুনি মনত খেদ পাই কান্দি কলে, তেন্তে সেই অনন্ত দুখ আৰু পাপৰ পৰা ৰখ্যা পাবৰ কোনো উপাই নাই নে? ন হই, প্রিয় য়ান, আমাৰ মাজত নাই, প্রচাৰকে বুলিলে; আমাৰ আপোনাৰ মাজত কোনো উপাই নাই; কিন্তু ক্রিপাৱন্ত ইস্বৰে আমালৈ মৰম কৰি এক ঠিক জোগ্য উপাই কৰি দিলে। তেতিয়া য়ানে বৰ ইচাৰে সুধিলে, সেয়েনো কি উপাই, তাকে মোক কোআ। হাই হাই, প্রিয় য়ান, এই বুলি উপদেসকে উত্তৰ দি কলে, আমি সকলোএ পাপি, আৰু উচিত মতে বিনাসি আচোঁ। কিন্তু এই অদ্বিতিয় দায়া, আমাৰ স্বৰগৰ পিত্রিএ আপোনাৰ একে জনা প্রিয় পুত্রকে আমালৈ দিলে, আৰু মানুহৰ পাপ তেঁওৰ ওপৰত লবলৈ তেঁওক আমাৰ এই প্রিথিবিত পঠালে; পাচে তেঁওৰ তেৰ কুৰি বচৰ বয়স হলত মানুহে জেনেকৈ অনন্ত কাললৈকে সুখে থাকিব পাৰে, তেঁও তেনে বৰ কাৰ্জ্য আৰম্ভিলে। কিন্তু তাতকৈও এয়ে কেনে এক আচৰিত, জে তেঁও আমাৰ সলনি হৈ দুখ ভোগ খাই পেৰেঙ্গনিৰ ওপৰত ম্রিত্যু হল। কোনো মতে জেন আমি অনন্ত ম্রিত্যুৰ পৰা ৰখ্যা পোআ হব পাৰোঁ, তেঁও আমাৰ কাৰনে এক দুখৰ জিৱন সহিবৰ পাচতো আমাৰ পাপৰ ধাৰ জি কেলেস, তাক তেঁও সহিলে; আৰু কেৱল সেয়ে ন হই, আমাৰ অনন্ত দণ্ডৰ জোগ্যৰ ঠাইত তেঁও বিনামুল্যে আমাক অনন্ত জিৱন আৰু সুখ দান দিবলৈ জাচি আচে; আৰু সকলো পাপি জি কোনোএ মন পালটাই খ্রিষ্টত বিস্বাস কৰি ত্রান কৰ্ত্তা বুলি আনন্দেৰে গ্রহন কৰে, সেয়েই দণ্ডৰ পৰা মুক্তি পাব। আৰু মোৰ প্রিয় য়ান, তুমিও এই অমুল্য য়িচুত বিস্বাসৰ দোআৰাই ৰখ্যা পাব পাৰা, আৰু মনত ৰখা অকল তেঁওতহে বিস্বাসৰ দোআৰাই তুমি আপোনাৰ পাপৰ খেমা আৰু অনন্ত সুখ পাব পাৰা। জদিও সিখ্যকে এনে সৰল আৰু পোন কথাৰে সেই লৰাই সৈতে কথোপকথন কৰিলে, তেও সেই কথাৰ মাজত কিচু কথা থাকিল, জি সেই লৰাই বুজিব নোআৰিলে: তেতিয়া য়ানে চিত্কাৰ কৰি কলে, হে মোৰ প্রিয় সিখ্যক, সেই প্রিয় য়িচুৰ ওচৰলৈ মোক লৈ জোআ, কিয়নো তেঁওক দেখিবলৈ আৰু তেঁওৰ মহত প্রেমৰ ধন্যবাদ কৰিবলৈ মোৰ বৰ ইচা হৈচে। পাচে সিখ্যকে বুলিলে, মোৰ প্রিয় য়ান, তোমাৰ এই স্বভাবিক চকুএবে প্রভু য়িচুক দেখিব নোআৰা; তেঁও

এতিয়া স্বৰ্গত ৰাজ শাসন কৰে, তেঁও সত্য ঈশ্বৰ, আৰু তেঁও সদাই আমাৰ চাৰিও কালে ওচৰতে আছে; তেঁও সকলো বস্তুকে দেখে আৰু শুনে। য়ান, জেনেকৈ তুমি আন কোনো মানুহে সৈতে সমুখা সমুখি হৈ কথা বাৰ্ত্তা হোৱা, তেনেকৈ এতিয়াও তেঁওৰে সৈতে তুমি কথা হব পাৰা; কিয়নো তেঁও সকলো ঠাইতে আছে। এই হেতুকে হে মোৰ প্ৰিয় য়ান, আঁহা, প্ৰভু য়িচুৰ আগত আমি আঁঠু পাৰি প্ৰাৰ্থনা কৰোঁ, তেঁও জেন আমাক পবিত্ৰ আত্মাৰ দান দিএ, জাৰে আমি এতিয়াৰে পৰা পাপ এৰি তেঁওক সদাই প্ৰেম কৰিবলৈ আৰু ঈশ্বৰৰ ইচাৰ মতে আচৰন কৰিবলৈ আমাৰ সক্তি হই। পাচে সিবিলাকে দুয়ো আঁঠু পাৰিলত সিশ্যকে বৰ ইচাৰে প্ৰভু য়িচুত প্ৰাৰ্থনা কৰিলে, আৰু য়ানক প্ৰভু য়িচুএ অনুগ্ৰহ কৰি জি দয়া দান দিলে, সেই মহত ক্ৰিপাৰ কাৰনেও সিশ্যকে প্ৰভুক অনেক ধন্যবাদ কৰিলে। অস, য়ানে তেতিয়া কেনে হৰ্স মনেৰে গমিলে! আনন্দৰ আৰু ক্ৰিতগ্যতাৰ চকুৰ লো আপোনাৰ গালে দি বৈ তললৈ পৰিল। আৰু আপুনি সকলো মহা সঙ্কাৰ ভুয়ৰ পৰা ৰখ্যা পাই আপোনাৰ ঘৰলৈ উভতি আহি সেই জি ভাল তিৰোতা তাৰ মিতিৰ আছিল, তাইৰ আগত লৰি গৈ কলে, এতিয়া হলে মোৰ মনত আনন্দ পাইচোঁ, কিয়নো মই ত্ৰান কৰ্ত্তাক পালোঁ। পাচে য়ানৰ বেলেগ আচৰন সকলোৰে আগত প্ৰকাস হল; আৰু য়ানে তেতিয়াৰে পৰা সপত খোৱা নাই, আৰু আপোনাৰ মুখৰ পৰাও অনুচিত কথা কেতিয়াও কোৱা নাচিল। য়ানে প্ৰথম মাত্ৰত এই এক কথা বুজি পালে, জে সকলো মিচা কথা চইতানৰ দোৱাৰাই হই, আৰু সেয়ে পাপ। তাকে বুজাত য়ানে আটাই পাপৰ পৰা ৰখ্যা পাবৰ কাৰনে কোনো নিৰ্জ্জন ঠাইত গৈ নিতৌ য়িচুত প্ৰাৰ্থনা কৰি কৰি থাকিচিল।

পাচে য়ানৰ বাৰ বচৰ বয়স হলত, সিশ্যকে তাক কোনো এক খেতিয়কৰ তত কাম লগাই দিলে। পাচে সেই খেতিয়ক আৰু তাৰ তিৰোতাই বৰ দায়া আৰু ইচাৰে সেই লৰাক ৰাখিলে; আৰু সিবিলাকৰ দুইৰো মন অতি সিঘ্ৰে সেই লৰাৰ ওপৰত আসক্ত হল; কিয়নো সিবিলাক দুজনেও প্ৰভু য়িচুক প্ৰেম কৰিচিল। আৰু য়ানে আপোনাৰ দিনৰ কাম কৰি এটাই গধুলি পৰত প্ৰভু য়িচু খ্ৰিষ্টৰ কথা প্ৰথম পুছিত পাৰ্হি সেই কথাকে পুনৰ আপোনাৰ চাৰিও কালে বহা মানুহৰ আগত বুজুআতকৈ আন একোতে বৰ আনন্দ নে পাইচিল। পাচে জহ কাল পৰিলত য়ানে পথাৰত এদিন মুকান ঘাঁহ আনিবলৈ গলত, গাৰিৰ ওপৰত ঘাঁহ ভৰা দি ঘৰলৈ ওভতাই চলাই আনোঁতে গাৰিৰ ঘোঁৰা এটাই ভই পাই উচাৰ খাই লৰ মৰাত য়ান গাৰিৰ ওপৰৰ পৰা তললৈ পৰাত বুকত বৰকৈ খুন্দা খালে। পাচে তাক ঘৰলৈ বোৱাই অনালত তাৰ ওচৰলৈ এজন ডক্তৰক বেগতে পঠিওৱা হল। ডক্তৰে আহি দেখিলে, সি এনেহে দুখ পালে, জে আৰু স্বস্ত হব নোৱাৰে; তেও তাৰ সেই বেদনা গুচাবলৈ অনেক প্ৰকাৰ উপাই কৰা হৈচিল, কিন্তু নোৱাৰিলে। পাচে তাৰ প্ৰিয় সিশ্যকেও তাক বেগতে দেখিবলৈ আহি এই বুলি কলে, মোৰ প্ৰিয় য়ান, মই দেখোঁ জে তুমি অলপ সময়ই মাথোন জিৱা। য়ানে তেতিয়া হাস্য মুখেৰে উত্তৰ দি কলে, অ, তেন্তে মোৰ প্ৰিয় ত্ৰান কৰ্ত্তাক মই দেখিবলৈ পাম; জি জনে মোৰ প্ৰান ৰখ্যা কৰিবৰ কাৰনে পোৱেজনিত প্ৰান চাৰিলে, সেই য়িচুক দেখিবলৈ পালে মোৰ কি সুভাগ্য! আৰু পাপি জি মই, মোলৈ তেঁও জি অনুগ্ৰহ কৰিলে, মই তাৰ কাৰনে কেনে ধন্যবাদ আৰু স্তুতি কৰিম!

পাচে তিনি দিন তিনি ৰাতি সেই অতি দুখক ধৌৰ্জ্জেৰে সহিলে, পাচে চাৰি দিনৰ দিনা য়ানৰ ম্ৰিত্যু ওচৰ চাপিলত, সেই দায়ালু মন হোৱা খেতিয়কৰ আৰু তাৰ তিৰোতাৰ মৰম য়ানৰ ওপৰত হোৱাৰ কাৰনে য়ানে সিবিলাকক অনেক ধন্যবাদ কৰিলে, আৰু সি মৰিবৰ

অলপ নিমিসৰ আগেয়ে সকু মাতেৰে ধৰম গিতৰ এই গিত গান কৰিলে।

উঠা হে মোৰ আত্মা, উৰন কৰা ওপৰ,
স্বৰ্গ থানৰ পথে দি;
আৰু বোলা, কিচু নাহি তলে সুৰ্জ্জৰ,
তোমাৰ পদৰ জোগ্য জি।

এইবিলাক কথাৰে আপোনাৰ চকু মুদি খ্রিষ্টৰ তেজৰ প্রাচিতৰ দোআৰাই আত্মা মুক্ত হৈ সুখি ঠাইলৈ উঠি গল। জিবিলাকে য়ানক জানিচিল আৰু প্রেম কৰিচিল, সিবিলাকে তাৰ চাৰিও ফালে থিয় দি মনত সোক কৰি কান্দি কান্দি থাকিল। এই দৰে সেই মনোহৰ লৰা মিত্যু হল। জদিও সি এক অনাথ মাউৰা লৰা আচিল, তেও তাক সকলোএ প্রেম কৰিচিল, আৰু জিবিলাকে তাক জানিচিল, সিবিলাকে তাৰ মৰা সৰ পাচে পাচে লগত জাঁওতে সিবিলাকৰ প্রেম জে তাত হৈচিল, তাক প্রকাস কৰিবলৈ বৰ চিন্তা কৰিচিল। পাচে জেতিয়া মৰা সৰ চন্দুক মাটিৰ তলত থোআ হল, তেতিয়া প্রচাৰকে লগত জোআবিলাকত এই কথা কলে; য়ানে আপোনাৰ মন পালটনৰ আগেয়ে জেনে আচিল, তাৰ দৰে তোমোলাক দুষ্ট নো হোআ হৰ পাৰে; কিন্তু হে মোৰ প্রিয় সন্তান সকল, ইয়াক তোমোলাকে সোঁঅৰা, ইশ্বৰে সকলো বিসয়কে দেখে আৰু সুনে; কিন্তু জদি তোমোলাকে মন পালটন ন কৰা, তেন্তে সকু পাপৰ হৈও তোমোলাকে দণ্ড পাবা। জদিও তোমোলাকৰ মাজৰ কোনো কোনো য়ানতকৈ দুষ্ট নো হোআ, তেও সর্ব্বজান ইশ্বৰৰ আগত সকলোএ দুসি আচোঁ। এই কাৰনে জাৰ তেজৰ প্রাচিতেৰে আৰু সুচি কৰা পবিত্র আত্মাৰে আমি জেন পাপৰ পৰা সুচি কৰা হৰ পাৰোঁ, এনে এজন ত্রান কর্ত্তাত আমাৰ প্রয়োজন আচে। তেন্তে হে মোৰ প্রিয় সন্তান সকল, জাঁহা, জি জনা সকু লৰা আৰু পাপিবিলাকৰো প্রিয় মিত্র, আৰু জি জনে আমাক অনন্ত মিত্যুৰ পৰা উধাৰ কৰিবলৈ পেৰেজনিৰ ওপৰত প্রান চাৰিলে, সেই পৰম পুজনিয় ত্রান কর্ত্তাৰ ওচৰলৈ জাঁওঁক; আৰু আমালৈ পবিত্র আত্মাক দান দিবৰ কাৰনে প্রভু য়িচুত প্রার্থনা কৰোঁ, কিয়নো তেঁও আমাৰ প্রার্থনা স্বৰূপকৈ সুনিব।

হে মোৰ প্রিয় তেকা পর্হা সকল, ইলগুত থকা এই দুখিয়া মাউৰা লৰাৰ জি বিবৰন তোমোলাকত জনোআ হৈচে, এয়ে স্বৰূপ, ইয়াকে তোমোলাকৰ প্রিয় আই বুপাইৰ আগত পর্হি য়ানৰ মিত্যুৰ কথা মনত ৰাখিবলৈ অভ্যাস কৰা; আৰু জি জন ত্রান কর্ত্তাক সি প্রেম কৰিচিল, সেই জনক তোমোলাকেও প্রেম কৰা; আৰু তোমাৰ সকলো সক্তি আৰু মন তেঁওলৈ উচৰগ কৰা; তেহে মৰন কালত সকু য়ানৰ নিচিনা জইধনি কৰিবলৈ পাবা; পাচে স্বৰগত তাক আৰু প্রভুক প্রেম কৰা লোকক দর্সন পাবা। C. H.

## আদমে পাপ কৰা।

The Sin of our First Parents.

ইশ্বৰে আদম আৰু হাৱাক এখন উত্তম আৰু সুন্দৰ বাৰিতে থাপনা কৰি থলে, তাকে তোমোলাৰে জানাইক। তাতে সিইতে বৰ সুখ সাধ্যেৰে আচিল; জৰ নৰিয়াও ন হৈচিল আৰু সিইতৰ মাজত কেতিয়াও দন্দ বান্দ নাই কিচিল। আদমে হলে সেই সুন্দৰ বাৰিত ডাগৰ ন লগাকৈ বন বাৰি কৰিচিল। তাৰ কৰম বৰ চিকন আচিলে, কিয়নো তাত কেতিয়াও বৰ ঘাম বা জাৰ ন হই; মাটিৰ পৰা হোআ সিয়াল কাঁইট আদি বন গচ নাই।

আদমে জিহকে খাব নে পাই, এনে এজোপা গচ তাতে আচিল, তাক তোমোলাকে জানা। সেই গচৰ নাম ভাল বেয়া গিয়ান দিঁওতা গচ।

ইশ্বৰে বুলিলে, জদি আদমে তাকে খাই সি মৰিব। আদম আৰু হাৱা বাৰিৰ আন সকলো গচৰ গুটি খাব পোআ আচিল।

সেই ভাল বেয়া গিয়ান দিঁওতা গচৰ বাহিৰে সিইতে খাবলৈ আৰু অনেক গচ আচিলা বুলি তোমোলাকে নে ভাবা নে? জেনেকৈ ইশ্বৰে খাবলৈ হাক দিচিল, তেনেকৈ সিইতৰো

খাবৰ ইচা নাচিল; কিয়নো সিহঁতে ইশ্বৰক প্ৰেম আলাপ কৰিচিল, তেঁও সিহঁতক দায়া কৰি আচিল, আৰু সেই বাৰিত সিহঁতে সৈতে প্ৰেম আলাপ কৰিচিলে। আদম আৰু হাৱা কেনে কৈ পাপি হল, তাক এতিয়া তোমোলাকে সুনিবা।

অনেক অধৰমি দুত আচে বুলি তোমোলাকে জানা। সিহঁতৰ মাজত এটা প্ৰধান দুত আচে, জাৰ নাম চইতান বোলে। অধৰমি দুতবিলাকৰ ওপৰত সি ৰজা। চইতানে মানুহক খিয়াল কৰি নষ্ট কৰিবলৈ মন কৰি বুলিলে, মই সিহঁতক পৰিখা কৰিম, জেন সিহঁতে ইশ্বৰৰ অগ্যাঁৰ বাহিৰে এই গচৰ গুটি খাই।

এনে বুধি কৰি চইতানে সাপৰ বেস ধৰি বাৰিত সোমালগৈ। পাচে হাৱাক দেখি সি বৰ প্ৰেম লগাই কলে, হাৱা, তুমি সেই গচৰ গুটি কিয় নো খোৱা? তাই উতৰ দি কলে, ইশ্বৰে মোক খাবলৈ হাক দি বুলিচে, তুমি সেই গচৰ গুটি জেতিয়া খোৱা, তেতিয়াই মৰিবা।

সাপে উতৰ দি বুলিলে, ন মৰিবা; সেই গচৰ গুটিএ ইশ্বৰৰ সমান তোমাক গিয়ানি কৰিব।

গুটি খাবলৈ তাইৰ মনত ভই লাগিচিল। কিন্তু গুটি চাই বৰ সুন্দৰ দেখি তাইৰ অতিসই লোভ লাগি খাবৰ ইচা হোৱা হেতুকে সেই গুটি পাৰি তাই খালে; আৰু আদমৰ হাততো দিলত সিও খালে। হাই হাই, সিহঁতৰ সেই সময়েই কেনে বিসম কালৰ গতি সিবিলাকৰ আনন্দৰ দিন গল। পাচে মনৰ স্বভাও বৰ দুষ্ট হৈ আহিল; সিহঁতৰ দোস হোআত ইশ্বৰক দৰ্সন কৰিবলৈ সিহঁতৰ মনত বৰ ভই লাগি, বাৰিত তেঁওৰ মাত সুনি গচনিৰ মাজত সোমাই লুকাই থাকিল। সিহঁতে তেতিয়া নাঙ্গটে আচোঁ বুলি পিন্ধিবলৈ কাপৰ বিচাৰিলে, কিন্তু কাপৰ নে পাই গচৰ পাতকে সিয়াই পিন্ধিলে। ইশ্বৰে মাতিলে, আদম, তুমি কত আচা? আদমে কলে, মই নাঙ্গটা হৈ বৰ ভই লাগি ইয়াতে লুকাই আচোঁ।

তেতিয়া ইশ্বৰে বুলিলে; তুমি নাঙ্গটে আচা বুলি কোনে তোমাত কলে? সেই গচৰ গুটি খালা নে?

আদমে বুলিলে, আপুনি জি জনি তিৰিএ সৈতে মোক থাকিবলৈ আগ্যা দিচিলে, সেই তিৰিএ গুটি পাৰি আনি দিলত মই খালোঁ। ইশ্বৰে তিৰিত কলে, তই কি কৰিলি?

তাই কলে, সাপে বুধি দিয়াত মই খালোঁ হই। সিহঁতৰ আটাইৰে ওপৰত ইশ্বৰৰ খঙ্গ হল, কিন্তু সাপৰ ওপৰত অধিক ক্ৰোধ হল। ইশ্বৰে সাপক সাও দি বুলিলে, তই সদাই মাটিত বগাই বগাই ফুৰিবি, আৰু পৃথিবিৰ ধুলি খাই থাকিবি।

আৰু তিৰিক বুলিলে, তই অনেক ৰোগত দুখ ভুঞ্জিবি, আৰু আদম তোৰ গৰাকি হব, আৰু তই তাৰ সকলো আগ্যা পালন কৰি থাকিবি।

আৰু ইশ্বৰে আদমক বুলিলে, তই মাটি খানি বৰ দুখেৰে বন কৰিব লাগিব, মাটিৰ পৰা সিয়াল কাঁইট আদি বন গচ বাৰ্হিব; তাৰে পৰা তোৰ খাবলৈ বস্তু হব হই, কিন্তু বৰ দুখ; বন কৰোঁতে তোৰ মুৰৰ ঘাম টোপা টোপে বৈ পৰিব। জিয়াই থাকোঁতে মনত অনেক দুখ অসন্তোস বেজাৰ পাই সেসত মৰিবি। তোৰ সৰিল ধুলিৰ পৰা সুজন কৰা হৈচিল, সেসত আকও ধুলি হৈ জাব।

এই সাস্তি কিমান বৰ! আদম আৰু হাৱাই এই কথা সুনি কিমান অসন্তোস পালে! কিন্তু আৰু অনেক সাস্তি আচে পাবলৈ। এই সুন্দৰ ঠাই এৰি আন ঠাইলৈ জাব লগা হল। ইশ্বৰে সিহঁতক বাৰিৰ পৰা খেদাই আকও সোমাবলৈ নি দিলে। সেই বাৰিৰ দুআৰ ৰাখিবৰ নিমিত্তে এজন দুতৰ হাতত অগ্নিমই তৰোআল দি দুআৰত থলে। তথাপি ইশ্বৰে সিহঁতক দায়া কৰি পহু চালৰ কাপৰ পিন্ধিবলৈ দিলে; সিহঁতে গচৰ পাতৰ কাপৰ লবলৈ ধৰিচিলে, কিন্তু ইশ্বৰে তাতকৈ উত্তম কাপৰ সিহঁতক দিলে।

আদম হাৱা মৰিলে সিহঁতৰ আত্মা কলৈ

আৰ, তাক তোমোলাকে কি ভাবিচা? চইতানলৈ আৰ নে? সি এনে আসা কৰিচিল, তথাপি আমাৰ প্ৰভু য়িচু খ্ৰিষ্টে তেঁওৰ পিত্ৰিৰ আগত অঙ্গিকাৰ কৰি কৈচিলে, বোলে, মই স্বৰগৰ পৰা নামি গৈ আদম আৰু হাৱাক, সিইতৰ সন্তানবিলাককো উধাৰ কৰিম ।

কোনো এক কালে নৰকৰ পৰা নিস্তাৰ কৰোঁতা এজন আহি প্ৰিথিবিত জনমিবহি, ইয়াকে আদম হাৱাই জানি আচিল; এই হেতুকে সেতিয়া সিবিলাকক বাৰিৰ পৰা খেদালে, তেও সিবিলাকে মনত সান্তনা পাইচিলে ।

সেই দিনৰে পৰা এই জগতলৈ আমাৰ প্ৰভু অহা দিনলৈকে ভালেমান দিন হল, কিন্তু সে সত আহিল, আৰু মানুহৰ পাপৰ ভাৰ লৈ কাঠৰ পেৰেঙ্গনিৰ ওপৰত মৰিল ।

মোৰ প্ৰিয় লৰাটিইঁত, মই আহি তোমোলাকৰ পাপৰ ভাৰ লৈ মৰিম, এনে কথা কোআত ইস্বৰৰ আমালৈ অতিসই দায়া ন হল নে? আৰু আমি তেঁওক অতিসই প্ৰেম কৰাৰ প্ৰয়োজন ন হই নে? ৰু.

---

## পুৰনি অসম বুৰঞ্জি, নং ১৬ ।

**Protap Singh—War with the Kacharis.**

১৫৩৩ সঁকত এঁওৰে পুত্ৰ ত্যাওকা চুচেং ৰজা হল । এঁওকে প্ৰচণ্ড সিংহো বোলে, প্ৰতাপ সিংহো বোলে, এঁওকে ওপৰ বুৰা ৰজাও বোলে ।

লাকনি কাতমাও (৫৭) সঁকত ৰজা দেৱে লাইখাতত হাতি ধৰিলে । ১৫৩৮ সঁকত মমাই তামুলি বৰ বৰুআ উত্তৰকোল ভাঙ্গি অনিলে ।

লাকনি খুতচিত (৫৮) সঁকত চতত জয়ন্তাৰ ধনমানিক ৰজাই কটকিৰ আগত বুলিলে, জদিমৰ্গি ৰজাই মোৰ জিক সাতগাঁৱৰ বাটে নিএ, তেবেহে মই কন্যা দিব পাৰোঁ । এই কথা কটকিএ আহি ৰজা দেৱত জনালেহি । এই কথা ৰজা দেৱে সুনি সিতলিয়াল কটকিক, দেবেৰা কটকিকে, কচাৰি ৰজা প্ৰতাপ নাৰায়নৰ ঠাইলৈ বাট খুজি পঠালে; পাচে দুই কটকিএ গৈ কচাৰি ৰজাত সাতগাঁৱে দি বাট খুজিলেগৈ । পাচে কচাৰি ৰজাই বোলে, পূৰ্ব্বৰ ধাৰন ন হই, বাট দিব নোআৰোঁ; এই কথা কটকিএ ৰজা দেৱলৈ জনাই আহিল । পাচে ৰজা দেৱে এই কথা সুনি সকলোৰে বুজি হৈ খামচেন বৰ গোহাঁইকে, লোদৰ নাওবৈচা ফুকনকে, মদ নো খোআ হাজৰকিয়াকে, লানবক্লৰ ভাই পোলোঙ্গা ৰাজ নেওগকে, এই চাৰিক জয়ন্তাৰ কুঁঅৰিক আনিবলৈ পঠালে । পাচে চাৰিও কলঙ্গে ভটিয়াই গৈ কচাৰি ৰজাৰ তলপিয়া দাঁতিৰ ৰজাইতক ধৰি দি পঠালে, সিবোৰে তাতে ৰল । পাচে জয়ন্তা ৰজা বোলে, জদি সাতগাঁৱৰ বাটে নিব পাৰে, তেহে মই কুঁঅৰি দিব পাৰোঁ । পাচে আমাৰ মানুহে কচাৰিৰ সাতগাঁও মাৰিলে । আমাৰ মানুহে কচাৰিৰ হিলৈ, বাৰু, দা, জাঠি, মানুহ, এই সকল পালে । তাত পাচে ধৰমপাল ৰজা ভাল মানুহ এটা পঠালে । পাচে আমাৰে কেনাই, চিলা, এই দুইক বাট ভাল কৰিব দিলেগৈ; পাচে দুয়ো গৈ মৰি দৈয়াঙ্গৰ পোনে কচাৰিৰ গৰত ওলালগৈ । এনেতে কচাৰিএ দুয়োকো ধৰি নি মাৰিলেগৈ । দুইৰ লগৰ মানুহ কেতেটি এৰাই আহি খামচেন বৰ গোহাঁইতে, লোদৰ নাওবৈচা ফুকনতে সকলো কথা কলেহি । পাচে খামচেন বৰ গোহাঁয়ে, লোদৰ নাওবৈচা ফুকনে সকলোৰে আলচি কপিলিএ উজাই গৈ দৈয়াঙ্গ, কপিলি, দুইৰো মুখত কোঁঠ দি ৰলগৈ । পাচে কাতিৰ দিনত ৰজা দেৱে ভটিয়াই গৈ খেকেৰাত ৰলগৈ । বুৰা গোহাঁইকে, চাৰিঙ্গ ৰজাকে, কণ সন্দিকৈকে, বৰ হাজৰকিয়াকে, আৰু তিতকআল মানুহ দি সাকো বৰ পাত্ৰক সৰোৰে মুৰ কৰি পঠালে । পাচে আমাৰ সকলেও গৈ কচাৰিৰ ইটাৰ গৰৰ কোধৰত বৰ দুআৰত কোঁঠ দি ৰলগৈ ।

পাচে আঘোনৰ দিনত বৰ গোহাঁয়ে, নাওবৈচা ফুকনে, দৈয়াঙ্গৰ মুখৰ কোঁঠত আচোঁতে জয়ন্তাৰ কন্যা লৈ পালেহি । পাচে ৰজ

গোইাৱে, নাওবৈচা ফুকনে মদ নো খোআক পঠাই জয়ন্তাৰ কন্যা ৰহালৈ অনাই ৰজা দেৱলৈ জনাই পঠোআলে । পাচে ৰজা দেৱে খেকেৰা বাহৰৰ পৰা লেচামপাম ভঁৰালিক পঠাই ৰহাৰ পৰা জয়ন্তাৰ কন্যা অনোআলে । পাচে কচাৰিএ বৰিম বুলি কথা হৈচিলে; খামচেন বৰ গোইাৱে, সোদৰ নাও বৈচা ফুকনে, এই কথা সুনি জুধলৈ অৱহেলা কৰিলে। কচাৰিএ অহা জোআ কৰি চল চন্দ কৰি চাইচিলে । এক দিনা প্ৰতি আমাৰ লোকে ৰাগ দি গিত গাই আনন্দ কৰি সুই আচিলে । পাচে কচাৰিএ অহা জোআ কৰি আমাৰ হিলৈত নিৰন্তৰে পানি ভৰালে; এপৰ মান ৰাতি আচোঁতে কচাৰিএ আহি আমাৰ কোঁঠ সোমাই কটা কটি লগালে । তাতে খামচেন বৰ গোইাই পৰিল, সোদৰ নাওবৈচা ফুকনো পৰিল, লাচামৰ পুত্তেক খাওমুঙ্গো পৰিল, কংজাং বৰ পাত্ৰৰ নাতিএক লাহিং পৰিল । ডাওকিৰ নাতিএক লাই পৰিল, বাংখুঙ্গো পৰিল, প্লাইহম হাতি আৰু প্লায়ন হাতিও পৰিল, লোক জনো বিস্তৰ পৰিল ।

পাচে ৰজা দেৱে এই কথা সুনি লাচাম হাজৰকিয়াকে, খিঙ্গৰতৰ নাতিএককে, এই দুইক পঠাই দিলে, ইটাৰ গৰত থকা সকলকো আনিবলৈ । পাচে ইইত দুয়ো গৈ বুৰা গোইাইকে, চাৰিঙ্গ ৰজাকে, কপ সন্দিকৈকে, লাকো পাতৰকে, বৰ হাজৰকিয়াকে, আন লোকো জি আচিলে সবাকে উজাই আনিলে ।

লাকনি তাওচিঙ্গা (৬০) সঁকত ৰজা দেও খেকেৰা বাহৰৰ পৰা গৰগাঁও নগৰলৈ আহিল । এই লাকনিতে মকুন্দ বাপুক মাৰিলে ৰজা দেৱে; তিন দিন বৰ ভুঁইকঁপ গল ।

পাচে ৰজা দেৱে সাগৰ কন্দলিকে, বৰ বামুনৰ পুত্তেককে, এই দুইক পঠাই কোঁচ ৰজাৰ জিয়াৰি খোজোআলে। পাচে কোঁচ ৰজা আমাৰ দুই কটকিৰ লগত তাৰ বোন্দোৰা কটকিক পঠাই কোআলে, বোলে ভাল, মই কন্যা দিম । কোঁচ ৰজা দিলে ৰজা দেৱলৈ [illegible] ৰক্ষা ঘোঁৰা ২ টা, তাওকাক পিৰা এখন, আনো সন্দেস বোন্দোৰাৰে আমাৰ দুই কটকিৰে হাতত দিলে । পাচে কোঁচ ৰজা বোলে, সাগৰ কন্দলি, বৰ বামুনৰ পুত্তেক, তইঁত দুয়ো গৈ ৰজা দেৱত কৰি, মোলৈ হাতি ডেৰ কুৰি দিলেহে ভনিক দি পঠাম । পাচে সিইঁতে আহি ৰজা দেৱত এই কথা কলত পাচে ৰজা দেৱে লেচাই মুন নেওগকে, ফিচিকে, সাগৰ কন্দলিকে, বৰ বামুনৰ পুত্তেককে, এই চাৰিৰ হাতত হাতি ডেৰ কুৰি, ঘোঁৰা পোঙ্কেৰেটা, পত্ৰে সহিতে এই সন্দেস দি পঠালে । পাচে ইইঁতেও গৈ সন্দেস পত্ৰ কোঁচ ৰজাক দিলেগৈ । পাচে কোঁচ ৰজা বন্দি বেটি ২০ ঘৰ, পাঁচনি বেটি ২০ জনি আনো অলঙ্কাৰে সৈতে ইইতৰ হাতত কন্যা দি পঠালে । পাচে ৰজা দেৱে লাচাম খাওমুঙ্গকে, ভঁৰালি চেটিয়াকে, এই দুইৰ হত্তোআই কোঁচৰ কন্যা আগ বঢ়াই অনোআলে ।

লাকনি কাপচান (২) সঁকত চতত ৰজা দেৱক উতৈএ দ্ৰোহ কৰিব খুজিলে; পাচে ৰজা দেৱে উতৈক ধৰি আনি মাৰিলে । কাতিৰ দিনত ৰজা দেৱে গৈ সামুক জানত গৰ বান্ধিলে । পাচে বৰ গোইাই পৰিয়া আখেকে দ্ৰোহ কৰি কোঁচৰ ৰাজ্যলৈ গল । এই তিনি কথা একে বচৰতে ।

লাকনি ৰাইমিত (৪) সঁকত ৰজা দেৱে খাম চকাইত গৰ বান্ধিলেগৈ; লাকনি কাতপ্লাও (৭) সঁকত আঘোনৰ দিনত ৰজা দেৱে চিনাতলিত গৰ ঔওতোআলেগৈ । চতত কোঁচ ৰজাৰ ভায়েক বলি কুমৰে আপুনি আহি ৰজা দেৱত সৰনাপন হলহি । জেঠৰ দিনত বঙ্গালৰ সত্ৰাজিত নাবাবে কলঙ্গে দি উজাই আহি সনা দেও ঘৰৰ তিনি জনি নটিনি নিলে । পাচে ৰজা দেৱে এই কথা সুনি চাৰিঙ্গ ৰজাকে, বুৰা গোইাইকে, বৰ গোইাইকে, কপ সন্দিকৈকে পাঁচিলে । পাচে চাৰিও গৈ দিখৌ মুখত কোঁঠ দি থাকিলগৈ । কা-

গুনৰ দিনত ৰজা দেৱে নাকো বৰ পাত্ৰকে, ভঁৰালি গোহাঁইকে, সনাৰ পোনে পাঁচি মান ভকলাক ধৰিব দিলেগৈ। পাচে সৈন্যে সৈন্যে দুয়ো গৈ দুইতৰ কোষৰত বলগৈ। তাৰ পৰা ভকলা ধৰিবলৈ যাওঁতে ভকলাই বাট ভেটি আমাৰ বিস্তৰ মানুহ কাটিলে। সেই সময়ত সদিয়াৰ বাৰে চিৰিং পৰিল, পাচে নাকো বৰ পাত্ৰে, ভঁৰালি গোহাঁয়ে, দুয়ো ভকলাক যুধে নোআৰি হহকি আহিল।

নাকনি খুতজি (৮) সংকত কাতিৰ দিনত বঙ্গাল আহিল। আঘোনৰ দিনত ৰজা দেও ভটিয়াই গৈ পুহৰ দিনত আগিয়া বস্বাত বলগৈ। তাৰ পৰা ডাঙ্গৰিয়া সকলে ভটিয়াই গৈ ভৰলি কোষত গৰ বান্ধি বলগৈ। পুহৰ পাচ পলত বঙ্গাল আহি ভৰলি মুখত সি পাৰে কোঁঠ দি বলহি। সেই ঠাইতে থাকোঁতে বঙ্গালেৰে আমাৰ যুধ লগা লগি হৈ আছিল। পাচে বঙ্গালে ঘোঁৰা নাৱত তুলি বালি উঠি ঘোঁৰা মেলি আমাৰ মানুহ কিছু কাটিলে। বিংচা পাত্ৰকো ধৰি নিলে, আমাৰ বালিত ৰৰ নোআৰি হহকি আহি চাম ধৰাত বলহি।

পাচে ৰজা দেৱে এই কথা সুনি বলিয়া বৰ পাত্ৰৰ ভতিজাক ত্যাওচুলনক ভিতৰুআল মানুহ লগত দি যুধলৈ পঠালে। পাচে ত্যাওনামথু, লাচামভিৰেং, তিৰিংডাঙ্গ বৰুআ, লাঙ্গতাম বৰুআ, এই সকলে ৰজা দেৱক সেৱা কৰি দিনে ৰাতিএ গৈ কোঁঠ সোমাই ঘৰ প্ৰাঙ্কি তৈয়াৰ কৰি তাতে থাকিল; বঙ্গালো আমাৰো যুধ ন কৰি তাতে এমাহ আছিলে। পাচে ৰজা দেৱে এই কথা সুনি ভাওধনৰ পুতেক, লাও বাইলুঙৰ হাতত মঙহ কুটা কুটনা, কোৰ, কুঠাৰ, ইয়াকে দি সকলতো কৰ দিলেগৈ। পাচে বাইলুঙেও গৈ সকলতো কলেগৈ, বোলে, ৰজা দেৱে তোমোলাকত কৰ দিছে, যুধত জি পাচ মুখ পাচ ভৰি কৰিব, সেই সকলক কুঠাৰেৰে বুকু ফালি, কোৰেৰে পুৰি কুটনাত মঙহ কুটি সকলোকে দেখাই কোআ চিলাক দিব দিছে।

পাচে ৰজা দেৱৰ এই কথা সুনি সকলেও আনচ কৰি উজাই গৈ, ভৰলি নদিত দলঙ্গ বান্ধি যুধলৈ যতন কৰিলে। এই কথা ৰজা দেৱে সুনি, কাকো নে মাৰি পুনৰ্বাৰ পঠাই দিলে। পাচে ডাঙ্গৰিয়া সকলে যুধৰ মনে দেঁওধাইক কুকুৰা ঠেঙ্গ চাৰ দিলে। দেঁওধায়ে মঙ্গল ভাল পালে। পাচে ৰাতি ভৰলিৰ দলঙ্গ পাৰ হৈ গৈ বঙ্গালক বেৰি ধৰিলে। লাচাম হাজৰিকিয়া ১, পিকচাই হাজৰিকিয়া ১, লাঙ্গু নেওগ ১, ভৰালি চেটিয়া ১, ভনচোপম ১, এই সকল নাৱে গল। পাচে সমস্তে গৈ নাৱেৰে বেৰি ধৰি বঙ্গালক কাটিলে। পাচে বঙ্গাল ভাগি গৈ ভৰলি কাষৰত বলগৈ। আমাৰ মানুহে গৈ খাগৰিৰে বেৰা দি, বঙ্গালক ভৰলিৰ কাষৰত বেৰি থলে। তৰ বাটত আমাৰ মানুহ পৰিল, হাতি বৰুআ ১, নাও বৰুআ ১, লেচাইথুন। ১ পানিৰ বাটে পৰিল, লেচাম থাওমুং ১, তিৰিংডাঙ্গৰ পুতেক লাও ১, লাচামথুনতং গুলি লাগি ন মৰিল।

পাচে ৰজা দেৱে বঙ্গালক বেৰিবৰ সুনি ৰঙ্গ চাবলৈ বুলি ভটিয়াই গল। পাচে ৰজা দেও নৌ পাঁওতেই ঘোঁৰাত উঠি চিপাহিৰ বেহ ভাঙ্গি পলাই গল। পাচে চিপাহি পলাবৰ দেখি আমাৰ লোকে বঙ্গালক কাটিব ধৰিলে। তাৰ পৰা জিবোৰ সৰিয়া হৈ ওলাই আহে, তাক নে মাৰি ভৰলিৰ পাৰ কৰি আনে। সেই বেলা বৰ গোহাঁইৰ আধেকক আনি ভাল কৰি থলে। সেই ৰাতি বঙ্গালক বেৰি থৈ আনাকা দিনা এক প্ৰহৰৰ ওপৰত বঙ্গালৰ বৰ নেৱাবৰ চৈয়দ বাবাকৰক কাটিলে।

ভগৱান ৰজা ১, গকুল চান্দে ৰজা ১, জাহিৰ বেগ ৰজা ১, ভগৱান বৰ্চি ৰজা ১, এই চাৰিক মুখ্য কৰি অঠেৰে ৰজা দাঁতে ত্ৰিন ধৰি কলে, আমি সৰ্গদেও ৰজাৰ বন্দি হলোঁ, আমাক নে কাটি নে মাৰি ৰাখক। পাচে বঙ্গালৰ ৰজা সকলক নে কাটি হেঙ্গুলিয়া তাঁকুৰ লগাই উজাই দি পঠালে। আক

সত্ৰাজিতৰ পুতেক কৰ্মচান্দ আঁঠ বাচিৰা লৰা তাকো লোৰগিৰিৰ বাৰত পাই আনিলে, আনো বিস্তৰ পাই আনিলে। পাচে ৰজা দেও চামধৰা পাইগৈ, বঙ্গালক কাটিবৰ মুনি দৰাৰেক চাৰিস্য ৰজাক মাৰিলে, তিনি জনা তাম্ৰবিৰাৰ নেওগ তিনটা কাটিলে, তাম্ৰবিয়া তিন জনাকো দাই ধৰিলে; পাচে ৰজা দেৱে ধন্য কৰি উজাই আহি বদ্ধাত ৰলহি। লাচামপাম ভৰালি ১, লাজু নেওগ ১, পিকচাই হাজৰকিয়া ১, লাই সন্দিকৈ ১, এই চাৰিও লোক জন সহিতে বঙ্গালক খেদি নি লাওতলি পালেগৈ। বৰ গোহাঁই, বুৰা গোহাঁই, বৰ পাত্ৰ গোহাঁই, এই তিনি জনা বৰা বুকক সহিতে বঙ্গালৰ পালে, তৰত হাতি ১৩ টা, ঘোঁৰা ৭০০ দ, হিলৈ, বাক, তৰোৱাল, ৰৰচা, আন আহিলাও বিস্তৰ পাই, আগিয়া বদ্ধাত ৰজা দেৱেক দিলেহি।

পাচে ৰজা দেৱে বৰ গুৰুৰ পুতেকক পঠাই, লাচামপাম ভৰালিকে, লাজু নেওগকে, পিকচাই হাজৰকিয়াকে, লাই সন্দিকৈকে, চাৰিকো লাওতলিৰ পৰা অনোৱালে। চাৰিও বঙ্গালৰ নাও, অস্ত্ৰ, সম্ভ্ৰ, কি কিছু পালে, সমস্তকে আনি আগিয়া বদ্ধাত ৰজা দেৱেক দিলেহি। পাচে ৰজা দেৱে আগিয়া বদ্ধাত কাইথুন কৰি নাৱে উজাই নগৰলৈ আহিল। ফাগুনৰ দিনত বঙ্গালৰ মুণ্ড মালা বান্ধিলেহি; আৰু ৰজা দেৱে লানৰলিকক পঠাই, বৰ গোহাঁই পৰিয়া আখেক গোহাঁইক দিখৌৰ বৰ ঘাটত হাতিৰ হতুআই চাল চেলাই মাৰিলে। আখেক গোহাঁইৰ জিএক মোহন পুৰিয়াক, দিখৌৰ পানিত বান্ধি পেলালে।

## দিল্লিৰ মগল বাদস্যাবিলাকৰ ৰূপ।

Coins of the Mogul Emperors.



Char-yari Rupee of the Emperor Akbar, A D 1580.

জেলাল উদ্দিন মহম্মদ আকবৰ বাদস্যা গাজি ৯৮৮; অৰ্থাত ধৰমৰ দিপ্তি মহা ৰজা আকবৰ বাদস্যা, হিজিৰি সঁক ৯৮৮, ই° সঁক ১৫৮০।



Rupee of the Emperor Akbar, struck A D. 1592.

এই ৰূপতো সেই জন ৰজাৰ নাম লিখা আছে, সঁক ১০০০, অৰ্থাত ই° সঁক ১৫৯২। দুইৰো সোঁ কালে এই কথা লিখিচে, লা এলাহ এলালাহ মহম্মদ ৰচুল আলা; অৰ্থাত ইস্বৰৰ বাহিৰে আন ইস্বৰ নাই, আৰু মহম্মদ ইস্বৰৰ পাঁচনি। চাৰি দাতিও মহম্মদৰ চাৰি জন মিত্ৰিৰ জি নাম চাকলিত লিখা হৈচিল, সেই নাম প্ৰায়ে ৰূপৰ বাহিৰে পৰিল।



Struck in the 30th year of Akbar, A. D. 1586.

আলা আকবৰ জেল জেলালে; অৰ্থাত ইস্বৰ মহা মহিমা, তেঁওৰ দিপ্তি প্ৰকাস হৈচে। সি কালে, জৰ্বে আহমদাবাদ আবান ইলাহি ৩০; অৰ্থাত ভোগৰ ৩০ বচৰৰ আবান মাহত আহমদাবাদ নগৰত মৰা হৈচে। ই° সঁক ১৫৮৬।



Rupee of the Emperor Jehangir, struck A. D. 1619.

নুৰ উদ্দিন জেহাংগিৰ স্যাহ (বেন) আকবৰ স্যাহ, অৰ্থাত আকবৰ বাদস্যাৰ পুতেক ধৰমৰ

দিল্লি জেহাংগিৰ স্যা। জেহাংগিৰৰ অৰ্থ প্ৰিথিৱিৰ অধিকাৰ। সি কালে, জৰ্বে জেহাংগিৰ নগৰ মাহ্ মুৰ্দাদ। ভোগৰ বচৰ ১৫ হৰ পাই; অৰ্থাত ইং সঁক ১৬১৯।



Char-yari Rupee of Shah Jehan, struck A D 1632.

সোহাব উদ্দিন মহমদ স্যা জেহান বাদস্যা গাজি চাহেব কেৰান চানি; অৰ্থাত ধৰমৰ প্ৰকাস ভৰা মহা ৰজা স্যা জেহান দৈৱাধিকাৰ দুতিয়। ঠাইৰ নাম প্ৰায়ে ধই গল। সি লুটিৰ ভিতৰে, লা এলাহ এলালাহ মহমদ ৰচুল আলা; বাহিৰে, চাদেক আবুবেকৰ, ও আদল ওমৰ, বা ৰজম ওস্মান, ও আলম আলি, ১০৪১; অৰ্থাত পৰমাৰ্থিক আবুবেকৰ, নিয়ায়ৰত্ত ওমৰ, সদাচাৰি ওস্মান, আৰু বিদ্যাৰত্ত আলি। হিজিৰি সঁক ১০৪১, ইং সঁক ১৬৩২।



Rupee of Aurungzeb, struck at Agra, A. D. 1680.

বাদস্যা গাজি আলমগিৰ আবুল মজফৰ মাহি উদ্দিন আওৰঙ্গজেব স্যা দৰ জেহান ১০৯১; অৰ্থাত মহা ৰজা জগতৰ অধিকাৰ মাহি উদ্দিন আওৰঙ্গজেব স্যা প্ৰিথিৱিত জয়ৰ বাপেক; হিজিৰি ১০৯১, ইং সঁক ১৬৮০। সি কালে, জৰ্বে আকবৰাবাদ মইমানত মামুচ ২৩ জলুচ; অৰ্থাত সুভাগ্য ৰাজ ভোগৰ ২৩ বচৰ, আগৰা নগৰত মৰা ৰূপ।

মেই মাহৰ অৰুনোদইত লিখা প্ৰথম ৰূপৰ নকচাৰ বাঁও কালে থকা আখৰ এই ৰূপে পৰ্হিব লাগিচিল, জৰ্বে আহমদাবাদ ৪৩, চহৰিয়ুৰ মাহ ইলাহি। জুলাই মাহত লিখা প্ৰথম নকচাতো সেই আখৰি মাহৰ নাম আচে, জৰ্বে পাটনা ৪, চহৰিয়ুৰ মাহ ইলাহি।

## অনেক দেসৰ সম্বাদ।

Journal of Events.

কমদোৰ লাম্বৰ্ত চাহাবৰ পৰা জি পত্ৰ মানৰ ৰজালৈ পঠাইচিলে, তাৰ জবাব ১ জানুআৰি তাৰিখত ৰাংগুন নগৰ পালেগৈ। মানৰ ৰজাই গৱৰ্নৰ জেনৰল লৰ্ড চাহাবলৈ এক চিঠি লিখিলে; আৰু বলত্কাৰ কৰা ৰাংগুন অধিকাৰৰ বিসই গুচাই আন এজনক সেই ঠাৰ দি পঠালে। পাচে সেই ন অধিকাৰে অনেক মানুহ লগত লৈ বৰ প্ৰতাপেৰে আহি নগৰ পালে। কিন্তু কম্পানিৰ সেনাপতিএ তৈতে ভাল কথা হোৱা নাই, আৰু মান সেনাও ৮।১০,০০০ গোটাইচে, ইয়াকে পৰম্পৰ সুনা গৈচে। আৰু জাহাজেৰে সৈতে ঠামৰ মানুহ কোনেও কথা হৱলৈ বা তাৰ ওচৰলৈ জাবলৈ নিসেধ কৰিচে। পাচে কমদোৰ চাহাবে সকলো ইংৰাজি আদি বিদেসি লোকক ৰাংগুন নগৰ এৰি জাহাজেৰে কম্পানিৰ মলমাইন নগৰলৈ জাবৰ হুকুম দিচে। তাতে প্ৰায়ে ৪০০ মানুহ মলমাইন নগৰলৈ গৈচে। আৰু সকলো জাহাজ সেই ঠাই এৰি নদিৰ মুখলৈ জাবলৈ পাঁচি, সেই নগৰে সৈতে কেৱে বেহা বেপাৰ ন কৰিবলৈ নদি ভেঁটি আচে। ইয়াৰ পৰা ৰন হই ন হই, লৰ্ড চাহাবৰ হুকুম প্ৰকাস হলেহে তাক মানুহে বুজিব।

পাচে ফক্চ নামে ৰনুৱা জাহাজত মান ৰজাৰ এখন জাহাজ সাগুৰি ভাটি কাললৈ টানি নিয়াতে মানে বৰ টোপেৰে ফক্চ জাহাজক গুলিয়াবলৈ ধৰিলে। তাতে সেই জাহাজৰ সকলো টোপেৰে মানৰ মাজত উভতি গুলিয়াই ৩০০ মান মানুহ মাৰিলে। মান জুদ্ধৰ এই আৰম্ভন হৈচে। কলিকতাৰ পৰা আৰু অনেক ফৌজ ৰনৰ সামগ্ৰিএ সৈতে গৈচে।

লুই নাপলিয়ন বোনাপাৰ্ত নামেৰে ফ্ৰান্সৰ প্ৰেচিদেন্ত অধিকাৰ ৪ বচৰলৈ নিজোজন কৰিচিল, তেঁও আপুনি মহা ৰজা হবৰ মনেৰে ২ ডিচেম্বৰ তাৰিখত আপোনাৰ ফৌজত আনুই লৈ ৰাজ মেল গুচালে, আৰু সোধাকৰ সভাও ভাঙিলে। তাৰ আগ ৰাতিএ গুপুতে ঠায়ে ঠায়ে সেনা

পঠাই প্ৰধান মেলুআই ২০।৩০ জন মান ধৰি কইদত থৈচিল । সিবিলাকৰ মাজত কাবেন্যাক, বেদৌ, ম্যাংগাৰ্নি, লামৰিচি, ম্যাৰা, এই সকল প্ৰধান সেনাপতি আচিল; ধৰোঁতে কাবেন্যাক আৰু ম্যাৰা খুন হৈচিল । পাচে পুআ হলত বাজ মেলুআইবিলাকে গোট খাই মেল কৰিব ধৰাত সেনাবিলাকে সেই ঠাইৰ পৰা খেদালে । সমাচাৰ পত্ৰ ৭।৮ খন চাপিবলৈ নিবাৰন কৰিবলৈকো আগ্যা দিলে, আৰু অকল আপোন ফালৰ থকা বাত্ৰা পত্ৰ চলিব দিলে । নগৰ খনকে সেনাৰে পুৰ কৰি ধলে; আৰু জি ঘৰৰ পৰা কোনো মানুহে চিপাহিক গুলিয়াই, সেই ঘৰ একে বেলিএ বৰ টোপেৰে গুলিয়াই উত্খাত কৰে । তেঁৱেৰে বন কৰিবলৈ প্ৰজাৰ সাধ্য নাই, ঠায়ে ঠায়ে জুধৰ আৰম্ভন কৰাত ৮।৯০০ মানুহ মৰিল; বাজ মেলুআই জন চাৰেককো মাৰিলে ।



Face of a Stone Block, or Seal, found at Nowgong.

এই ৰুপ আখৰ লিখা এডোখৰ সিল নগাঁও জিলাৰ এক মানুহৰ হাতত চাহাবে পাই আমালৈ পঠালে । খেহৰ আখৰ গোটা চাৰেক তাত থকা দেখিচোঁ, কিন্তু পৰ্হিব নোআৰি ।

ফলায়িঙ্কলাওদ নামে বৰ বেগেৰে জোআ পাল তৰা জাহাজ এখন নুয়ৰ্ক নগৰত সাজি কালিফৰ্নিয়ালৈ পঠালত, সি ৫০ দিনত কেপ হৰ্ন পালে, তাৰ পৰা ৩১ দিনত চান ফ্ৰাঞ্চিস্কো নগৰ পালেগৈ । এদিনত জেতিয়া ভাল বতাহ হই, তেতিয়া ৩৭৪ মাইলৰ বাট ২৪ ঘণ্টাৰ ভিতৰত গল, আৰু তিন দিনত ৯৯২ মাইল গল । সেই জাহাজৰ দিঘ ১৫৭ হাত, বহল ২৭ হাত, গো ১৪ হাত। তাৰ বোজাই ৪৯,০০০ মোন ধৰে; তাৰ সকলো পালত ১০,০০০ গজ কাপৰ খাই ।

ফটিকাৰ নিমিত্তে বছৰি বছৰি এইমান ৰুপ টকা খৰচ আছে ।

| | |
|---|---|
| ফ্ৰাঞ্চ . . . . . . | ৫২,০০,০০,০০০ |
| ইঙ্গলণ্ড . . . . . | ৩৯,০০,০০ ০০০ |
| চুইদন . . . . . | ১৩,০০,০০,০০০ |
| আমেৰিকা মিল দেস . | ৮,০০,০০,০০০ |

১৪৮১ সঁকৰ পৰা ১৮২০ সঁকলৈকে ইস্পানিয়া দেসত কমিস্না পাদুৰিবিলাকৰ আগ্যাৰে ৩৪,৬৭০ মানুহক জুইৰে পুৰি নৰকত অনন্ত সাস্তি ভুঞ্জিবলৈ সাও দিলে, আৰু ২৮৮, ২১৪ টা ফাটকত আৰু জাহাজত টান কাম কৰিবলৈ দণ্ড আগ্যা দিলে । ॥



## ফেবৰুআৰি, অৰ্থাত ফাগুনৰ পঞ্জিকা ।

Almanac for February, 1852.

| ফেবৰুআৰি | মাঘ | বাৰ | তিথি | দিনমান | ফেবৰুআৰি | ফাগুন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ১ | ১১ | ১০।৪৮ | ১৬ | ৫ | ২ | ২৭ | ১১।৮ |
| ২ | ২১ | ২ | ১২ | ১০।৪৯ | ১৭ | ৬ | ৩ | ২৮ | ১১।১০ |
| ৩ | ২২ | ৩ | ১৩ | ১০।৫০ | ১৮ | ৭ | ৪ | ২৯ | ১১।১১ |
| ৪ | ২৩ | ৪ | ১৪ | ১০।৫১ | ১৯ | ৮ | ৫ | ৩০ | ১১।১২ |
| ৫ | ২৪ | ৫ | ১৫ | ১০।৫৩ | ২০ | ৯ | ৬ | ১ | ১১।১৪ |
| ৬ | ২৫ | ৬ | ১৬ | ১০।৫৪ | ২১ | ১০ | ৭ | ১ | ১১।১৫ |
| ৭ | ২৬ | ৭ | ১৭ | ১০।৫৬ | | | | | |
| | | | | | ২২ | ১১ | ১ | ২ | ১১।১৭ |
| ৮ | ২৭ | ১ | ১৮ | ১০।৫৮ | ২৩ | ১২ | ২ | ৩ | ১১।১৮ |
| ৯ | ২৮ | ২ | ১৯ | ১১।০ | ২৪ | ১৩ | ৩ | ৪ | ১১।১৯ |
| ১০ | ২৯ | ৩ | ২০ | ১১।১ | ২৫ | ১৪ | ৪ | ৫ | ১১।২১ |
| ১১ | ৩০ | ৪ | ২১ | ১১।২ | ২৬ | ১৫ | ৫ | ৬ | ১১।২২ |
| ১২ | ১ | ৫ | ২২ | ১১।৪ | ২৭ | ১৬ | ৬ | ৭ | ১১।২৪ |
| ১৩ | ২ | ৬ | ২৩ | ১১।৫ | ২৮ | ১৭ | ৭ | ৮ | ১১।২৬ |
| ১৪ | ৩ | ৭ | ২৫ | ১১।৬ | | | | | |
| | | | | | ২৯ | ১৮ | ১ | ৯ | ১১।২৭ |
| ১৫ | ৪ | ১ | ২৬ | ১১।৭ | | | | | |

THE ORUNUDOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.*

# অৰুণোদই

৭ বছৰ। মোং সিৱসাগৰ, ফেবৰুআৰি, ১৮৫২। নম্বৰ ২।

VOL. VII. SIBSAGOR, ASAM, FEBRUARY, 1852. NO. 2.


## ব্ৰিটিস্য আমেৰিকা দেস।

**Geography of British North America.**

আমেৰিকা মিল দেসৰ উত্তৰ কালে ইংলণ্ডৰ তলপিয়া এখন বৰ দেস আছে। তাৰ উত্তৰ সিমা হিম সাগৰ আৰু বাফিন সমুদ্ৰ, পুবে আটলান্তিক সাগৰ, দখিনে আমেৰিকা মিল দেস, পচিমে পাচিফিক সাগৰ আৰু ৰুচিয়াৰ তল হোআ আমেৰিকাৰ এডোখৰ। তাৰ দিঘ ৩০০০ মাইল, পথালি ২০০০। সেই দেসত বৰ জাৰ; তাৰ কাৰনে প্ৰজা থাকিবলৈ সুচল ন হই। দহ ভাগৰ এভাগত মাখোন খেতি কৰা হৈছে; আন ঠাইত আবৰ আৰু বনৰিয়া জন্তুত বাজে নিবাসি নাই। ৬ মাহতকৈ জাৰ কালি সৰহ; সেই কেই মাহত মাটি নোলাই হিমেৰে পোত খাই থাকে। তাৰ দখিন সিমাত চেন্ত লৰেন্স নদি পুব দিসলৈ বৈ গৈছে। তাৰ আগালি চুপিৰিয়ৰ সৰোবৰ; তাৰ পৰা হুৰন, ইৰি, অন্তেৰিও, এই কেই খন সৰোবৰে দি গৈ আটলান্তিক মহা সাগৰত পৰিছে। সেই নদিৰ মুখ ৯০ মাইল বহল, আৰু ৪০০ মাইললৈকে বৰ বৰ জাহাজ উজাই জাই।

সেই নদিৰ দুই পাৰতে কানাদা দেস আছে। তাত খেতি সস্য ভাল, প্ৰাই সকলো গুটি উতপন হই। তাত অনেক সুকাঠি উত্তম কাঠ আছে; জাহাজ আদি কামৰ নিমিত্তে ইংলণ্ডলৈ নি বেচে। সেই দেসত খনা ৰুপহি নৈ খন দেক আছে। নায়াগৰা পতনত পানি খিৰ হেতুকে জাহাজ উঠি জাব নোঅৰাত তাৰ কোসৰ কাঁতৰৰ পৰা এখন বৰ নৈ খানি দিছে; সেই পোনে জাহাজ সোমাই আচল নৈত পৰে। সেই নদিৰ নাম ওএলণ্ড খনা নৈ; তাৰ দিঘ ৪২ মাইল। সেই খনা নৈবো ঠায়ে ঠায়ে



Picture of Esquimaux Man and Woman.



কানাদা লোকৰ ঘোঁৰাই চানি টনাৰ নকচা ।

থিয় পানি আচে; তেনে থিয় ঠাইত জাহাজ উঠিবৰ নিমিত্তে এই উপাই কৰিচে । নদিৰ দুই দাঁতিএ ওখ গৰা থাকি, ওখত পথালিকৈ এক দুআৰ, আৰু দত-এক দুআৰ পানি ভেঁটা কৰিবলৈ দিএ । পাচে জাহাজ তুলিব লাগিলে ওখৰ থন দুআৰ মাৰি পানি ৰাখি তলৰ দুআৰ মেলাত জাহাজ কেৱল ওখৰ দুআৰৰ গুৰি পাই । তেতিয়া তলৰ দুআৰ মাৰি ওখৰ দুআৰ মেলাত দ তোখৰত পানি সোমাই ফিক থাই, ওখই সৈতে পানি সমান হলে জাহাজ সোমাই জাই । সেই নদিত এনে জাহাজ তোলা ভেঁটা ৩৫ আচে । এই বুধিএৰে পৰ্বতৰ পৰা অহা নৈএ দি বৰ ওখ ঠাইলৈকো জাহাজ উঠিব পাৰে ।

পচিম কানাদাৰ প্ৰজাৰ সংখ্যা ৫ লাখ মান; সিবিলাক ইঙ্গৰাজিৰ বঙ্গহ । পুব কানাদাৰ নিবাসি লোকবিলাক প্ৰায়ে ফ্ৰাঞ্চিৰ বঙ্গহ; প্ৰথমতে সেই দেস ফ্ৰাঞ্চৰ তল আচিল; ১৭৫৯ সঁকত জুধৰ কালত ইঙ্গৰাজে ললে । এতিয়ালৈকে তাত ফ্ৰাঞ্চিৰ ভাসা চলতি আচে । লৰহ-ভাগে ৰুমিয়া ধৰম প্ৰবৰ্ত্তে । ৰাজ থানি কুইবেক নগৰ; তাৰ নিবাসি মানুহ ৩০,০০০ মান । তাৰ কোঁঠ ওখ সিলত থকা হেতুকে সত্ৰুএ বন কৰি লবলৈ টান; ইঙ্গলণ্ডৰ বন্-আই তাত জুধ কৰোঁতে জেনেৰল ওলফ সেনাপতি আৰু ভালেমান সেনাও পৰিল ।

কুইবেকৰ পচিম ফালে মন্ত্ৰিয়াল নামে আন এখন প্ৰধান নগৰ আচে । তাৰ নিবাসি ৩৫,-০০০ । পচিম কানাদাৰ ৰাজ নগৰ তৰন্তো, তাৰ নিবাসিৰ সংখ্যা ১২,০০০ ।

কানাদাৰ পুব ফালে নুব্ৰুঞ্চিক, নবেস্কসিয়া, এই দুখন প্ৰদেস আচে । নুব্ৰুঞ্চিক দেসত প্ৰথম নিবাসি জৰ্মানি লোক । ১৮২৫ সঁকত বৰ হাবিত জুই লাগি ১০০ মাইললৈকে কাঠ আদি সকলোকে নষ্ট কৰিলে; দুখন বৰ গাঁও পুৰিলে, আৰু দুস মান মানুহকো পুৰি মাৰিলে । নুব্ৰুঞ্চিকৰ প্ৰধান নগৰ চেন্তজন, তাৰ নিবাসি ১২,০০০ ।

নবেস্কসিয়া আগেয়ে ফ্ৰাঞ্চৰ তল হৈচিল । সি পানিৰ মাজত মাজুলিৰ নিচিনা আগলিকা হৈ আচে; নুব্ৰুঞ্চিকৰ সিমাত একেৰি মাখোন পানিএৰে নে ভেঁটা আচে । ৰাজ নগৰ হেলিফেক্স সাগৰৰ দাঁতিত থাকে, তালৈ বহু জাহাজ বেহা বেপাৰ কৰিবলৈ জাই । তাৰ নিবাসি মানুহ ২০,০০০ ।

কানাদাৰ পুব ফালে নুফণ্ডলণ্ড নামেৰে এখান বৰ মাজুলি আচে । ১৪৯৭ সঁকত চিব্বত্রিয়ান কাবত চাহাবে প্ৰথমে তাক দৰ্সন পালে । তাৰ আকাৰ ত্ৰিকুনিয়া, তাৰ বহল ৩০০ মাইলতকৈ অধিক, মেৰ ৯০০ মাইল । সাগৰৰ দাঁতিত চাৰিও পোনে গৰা; মাজ তোখৰ কেনে হৈচে, তাক নে জানে, অকল

আদি বাসিএ তাক দেখিবলৈ পালে । মাজু-লিৰ সোঁ মাজত কেতবিলাক পৰ্ব্বত দুৰৈৰ পৰা দেখা জাই । এই মাজুলি প্ৰথমতে দেখা পাও-তে আদি বাসি এবিধ অলভ্য লোক আছিল; সিইঁতে আপোনাৰ গাত ৰঙ্গা বৰন লগোআ আ-ছিল । ইউৰপিয়া লোকে সাগৰৰ দাঁতিত বাস কৰাৰ কাৰনে সিইঁতে ভয়েৰে ভিতৰ ভোখৰলৈ গল । কাল ক্ৰমে জাৰ আৰু খোআ বস্তুৰ দুখত সেই জাতি লোক তাকৰ হৈ গল; সেসত সিইঁতৰ ৫।৬ জন মানুহ ইউৰপিয়া গাঁৱলৈ মাগিবৰ নিমিত্তে আহি কলে, বোলে, আমাৰ সকলো লোক মৰিল, অৱসেস অকল আমিহে আছোঁ। পাচে সিইঁতে তাত বচৰ চাৰেক থাকি অপুত্ৰক হৈ মৰিল ? আৰু সেই মানুহৰ সচ চুকাল বুলি তাত থকা লোকে ভাবে ।

হিমে পানি সিলে ৬ মাহ মান মাটি ঢাকি থই; ঘাম কালিত জ ধান আদি ভাল ভাল বস্তু উতপন হই । নিবাসিৰ সংখ্যা ৮০,০০০ । সি-বিলাকে প্ৰায়ে মাচ ধৰি আনি বামত সুকুআই থাকে । নুফণ্ডলণ্ডৰ পুব ফালে সাগৰৰ মাজত বৰ ডাঙ্গৰ এটা বালি চট আছে । সেই বালি চট পানিৰ তল হৈছে, কিন্তু পানি তৰাঙ্গ । সেই ঠাইতে বৌৰ নিচিনা কদ নামে এবিধ ভাল মাচ দম খাই থাকে; আমেৰিকান আৰু ইঙ্গৰাজি জাহাজ ২।৩ হেজাৰ মান, ৪০,০০০ মানুহে সৈতে বচৰে বচৰে তাতে গোট খাই মাচ ধৰি লোন সানি বামত সু-কুআই নি বে-চেগেঁ । আৰু নুফণ্ডলণ্ডৰ ২-৫,০০০ মান মা-নুহে সেই কা-মত কাল নি-য়াই । এপ্ৰিল আৰু মেই মা-হত কদ মাচবো-ৰে কনি পাৰিব-লৈ সেই বালি চটলৈ জাই । এটা মাইকি মাচৰ পেটত ১০ লা-খতকৈ অধিক কনি থাকে, এই নিমিত্তে অসং-খ্য ৰূপে পোআলি ওপজে । ৩০০ বচৰৰ পৰা সেই মাচ ধৰি ধৰি আছে, তেও মু চুকাই, আগেয়ে জিমান সৰহ, এতিয়াও সেইমান । মানুহৰ বাহিৰে সেই কদ মাচৰ আন আন সত্ৰুও আছে, সাগৰৰ আন মাচে খাই থাকে, আৰু কদ মাচেও আপোনাৰ জাতৰ পোআলি ধৰি খাই । কদ মাচ দু হাত মান দিঘল; ১৫।২০ সেৰ মান গধুৰ ।



কানাদাৰ উত্তৰ পোনে লাব্ৰাদোৰ দেস, তাত বৰ জাৰ । আদি বাসি লোকক এস্কিমো বোলে, সিইঁতৰ গা চুটি, দেখিবলৈ ভাল ন হই । গাল টেমুনা, নাক চেপেটা, চকু কলা ৰৰনিয়া, সৰু, ওঁঠ ডাঙ্গৰ । মগৰ আৰু উদৰ চাল পিন্ধে; সেই চালেৰে নাও আৰু তাম্বু ঘৰো সাজে । জাৰ কালিত হিম আৰু পানি সিলেৰে ঘৰ সাজে, তাৰ ভিতৰত থাকিবলৈ ভাল; জুই ধৰিলেও জাৰ কালি কেই মাহ হিম পমি নে জাই । ঘৰৰ বাহিৰে ওলাবৰ ইচা হলে হাত মুখ আদি সৰ্ব্বাঙ্গ গা নোম কাপৰেৰে ঢা-কিহে ওলাই ফুৰিব পাৰে । এনে কাপৰ পিন্ধা মতা মাইকি এহালৰ নকচা ওপৰত লিখা আ-ছে । সিইঁতৰ ধৰম আৰু ৰাজ সাসন একো নাই কিয়াৰ নিচিনা । বিধৱা আৰু মাউৰা লৰাক ৰাখিবলৈ মুম ন কৰি মাৰি পেলাই;

কাম কৰিব নোৱৰা বুঢ়া মানুহকো থাৰ বৰলৈ নি দি মৰিবৰ নিমিত্তে এৰে ।

হদচন নামে এক সমুদ্ৰ দেসৰ মাজতো আছে; এটা সুঁতিএৰে সৈতে মাথোন মহা সাগৰত লগা হৈছে । তাৰ দিঘ ৭৫০ মাইল, পথালি ৬০০ । ঘাম কালি কেৱল ৪ মাহ মানহে তাত জাহাজ ফুৰিব পাৰে; এহেলৈ পানি সিল হোআ কাৰনে জোআ বন্ধ হই । সেই সমুদ্ৰৰ পৰা পচিম মহা সাগৰলৈকে থকা এখন বৰ দেস আছে, তাত উদৰ চাল নোম পাবৰ নিমিত্তে হদচন বেই কম্পানি নামে এজাক সদাগৰে অনেক হেজাৰ চিকাৰ কৰা মানুহক পঠাই উদ মৰাই, আৰু আদি বাসিৰ হাতৰ পৰাও উদৰ চাল কিনাই আনে । কম্পানি বাহাদুৰ হিন্দুস্থানত জেনেকৈ অধিকাৰ হই, তেনে ৰূপে তাতে সেই কম্পানিও দেসৰ অধিকাৰ হৈছে ।

হদচন সমুদ্ৰৰ পচিম ফালে গ্ৰেট বেয়ৰ, আৰু চেলেব, আতাবেস্কা, উইনিপেগ, এই চাৰিখন বৰ সৰোবৰ আছে । গ্ৰেট বেয়ৰ অৰ্থাত বৰ ভালুকৰ সৰোবৰ ১৫০ মাইল বহল হৈছে; তাৰ পানি মেকেঞ্চি নদিএ দি ওলাই হিম সাগৰত পৰেগৈ । তাৰ দখিনে থকা চেলেব সৰোবৰৰ দিঘ ২৫০ মাইল, পথালি ৬০ মাইল । তাৰ আৰু আতাবেস্কাৰ পানিও সেই নদিএ দি বৈ জাই । উইনিপেগ সৰোবৰৰ পৰা নেল্চন নদি ওলাই হদচন সমুদ্ৰত পৰেগৈ । উইনিপেগৰ দিঘ ২৮০ মাইল ।

উদৰ বাহিৰে তাত আন কোনো কোনো মিহি নোম থকা জন্তু আছে; বন মেকুৰি, নেউল, হেঁপাৰ নিচিনা জন্তু । বগা ভালুক অনেক আছে, সি বৰ সকত জন্তু, চল পালে মানুহক বৰ পিৰা কৰি মাৰে । একোটা কেতিয়াবা ৫ মোন গধুৰ হই, বাইচন মহকে টানি নিব পাৰে । সেই বিধ ভালুক হিম সাগৰলৈকো পোআ জাই, পানি সিলৰ ওপৰত ফুৰি থাকে ।



## অঙ্ক গননাৰ প্ৰস্ন ।

Arithmetical Questions.

১ । আদমক স্রিষ্টি কৰাৰ পাচে ৪।৪ বচৰৰ মূৰত পুত্ৰ ১২ জনলৈকে জদি ওপজাই, আৰু সন্তানবিলাকেও জদি ২৪ বচৰৰ বয়সত বিবাহ কৰি ৪।৪ বচৰত সেই ৰূপে এটিও ন মৰাকৈ পুত্ৰ জনমাই থাকে, আৰু তিৰি পুৰুস জদি সমানকৈ জনমে, তেন্তে ১২৮ বচৰৰ মূৰত প্ৰিথিবিত কিমান প্ৰজা হব?

| আদমৰ বছৰৰ অংক | তৈঁওৰ পুত্ৰেক | নাতিৰেক | চতুৰ্থ পুৰুষ | পঞ্চম পুৰুষ | ষষ্ঠ পুৰুষ | সপ্তম পুৰুষ |
|---|---|---|---|---|---|---|
| ৪ | ১ | | | | | |
| ৮ | ১ | | | | | |
| ১২ | ১ | | | | | |
| ১৬ | ১ | | | | | |
| ২০ | ১ | | | | | |
| ২৪ | ১ | | | | | |
| ২৮ | ১ | ১ | | | | |
| ৩২ | ১ | ২ | | | | |
| ৩৬ | ১ | ৩ | | | | |
| ৪০ | ১ | ৪ | | | | |
| ৪৪ | ১ | ৫ | | | | |
| ৪৮ | ১ | ৬ | | | | |
| ৫২ | | ৭ | ১ | | | |
| ৫৬ | | ৮ | ৩ | | | |
| ৬০ | | ৯ | ৬ | | | |
| ৬৪ | | ১০ | ১০ | | | |
| ৬৮ | | ১১ | ১৫ | | | |
| ৭২ | | ১২ | ২১ | | | |
| ৭৬ | | ১১ | ২৮ | ১ | | |
| ৮০ | | ১০ | ৩৬ | ৪ | | |
| ৮৪ | | ৯ | ৪৫ | ১০ | | |
| ৮৮ | | ৮ | ৫৫ | ২০ | | |
| ৯২ | | ৭ | ৬৬ | ৩৫ | | |
| ৯৬ | | ৬ | ৭৮ | ৫৬ | | |
| ১০০ | | ৫ | ৮৮ | ৮৪ | ১ | |
| ১০৪ | | ৪ | ৯৬ | ১২০ | ৫ | |
| ১০৮ | | ৩ | ১০২ | ১৬৫ | ১৫ | |
| ১১২ | | ২ | ১০৬ | ২২০ | ৩৫ | |
| ১১৬ | | ১ | ১০৮ | ২৮৬ | ৭০ | |
| ১২০ | | | ১০৮ | ৩৬৪ | ১২৬ | |
| ১২৪ | | | ১০৬ | ৪৫১ | ২১০ | ১ |
| ১২৮ | | | ১০২ | ৫৪৪ | ৩৩০ | ৬ |
| মুঠে | ১২ | ১৪৪ | ১১৮০ | ২৩৬০ | ৭৯২ | ৭ |

সৰ্ব মোটে আদমে সৈতে ৪৪৯৬ পুৰুস

তিৰোতাৰ সমান সংখ্যা ৪৪৯৬

সকলো প্ৰজাৰ সংখ্যা ৮৯৯২

কইনে আপোনাৰ ভাই হেবেলক মৰা কালত প্ৰিথিবিত এইমান মানুহ হব পাৰে ।

২ । জলপ্লাবিতৰ পাচে য়াফেত. সে ... আৰু শাম, নোহাৰ এই তিনি পুতেক প্ৰতি জনে ১৪ বচৰে চই পুতেকলৈকে ... পুত্ৰ ওপজাই, আৰু ২৪ বচৰ বয়সত সন্তানবোৰে জদি বিয়া কৰি সেই ৰুপে ওপজাই, তেন্তে জলপ্লাবিতৰ পাচে ১৮৮ সঁকলৈ কিমান মানুহ উপজিব?

| জলপ্লাবিতৰ দক | য়াফেতৰ পুতেক | তেঁওৰ নাতিৰেক | চতুৰ্থ পুৰুষ | পঞ্চম পুৰুষ | ষষ্ঠ পুৰুষ | সপ্তম পুৰুষ | অষ্টম পুৰুষ | নৱম পুৰুষ |
|---|---|---|---|---|---|---|---|---|
| ৪ | ১ | | | | | | | |
| ৮ | ১ | | | | | | | |
| ১২ | ১ | | | | | | | |
| ১৬ | ১ | | | | | | | |
| ২০ | ১ | | | | | | | |
| ২৪ | ১ | | | | | | | |
| ২৮ | | ১ | | | | | | |
| ৩২ | | ২ | | | | | | |
| ৩৬ | | ৩ | | | | | | |
| ৪০ | | ৪ | | | | | | |
| ৪৪ | | ৫ | | | | | | |
| ৪৮ | | ৬ | | | | | | |
| ৫২ | | ৫ | ১ | | | | | |
| ৫৬ | | ৪ | ৩ | | | | | |
| ৬০ | | ৩ | ৬ | | | | | |
| ৬৪ | | ২ | ১০ | | | | | |
| ৬৮ | | ১ | ১৫ | | | | | |
| ৭২ | | | ২১ | | | | | |
| ৭৬ | | | ২৫ | ১ | | | | |
| ৮০ | | | ২৭ | ৪ | | | | |
| ৮৪ | | | ২৭ | ১০ | | | | |
| ৮৮ | | | ২৫ | ২০ | | | | |
| ৯২ | | | ২১ | ৩৫ | | | | |
| ৯৬ | | | ১৫ | ৫৬ | | | | |
| ১০০ | | | ১০ | ৮০ | ১ | | | |
| ১০৪ | | | ৬ | ১০৪ | ৫ | | | |
| ১০৮ | | | ৩ | ১২৫ | ১৫ | | | |
| ১১২ | | | ১ | ১৪০ | ৩৫ | | | |
| ১১৬ | | | | ১৪৬ | ৭০ | | | |
| ১২০ | | | | ১৪০ | ১২৬ | | | |
| ১২৪ | | | | ১২৫ | ২০৫ | ১ | | |
| ১২৮ | | | | ১০৪ | ৩০৫ | ৬ | | |
| ১৩২ | | | | ৮০ | ৪২০ | ২১ | | |
| ১৩৬ | | | | ৫৬ | ৫৪০ | ৫৬ | | |
| ১৪০ | | | | ৩৫ | ৬৫১ | ১৪৬ | | |
| ১৪৪ | | | | ২০ | ৭৩৫ | ২৭২ | | |
| ১৪৮ | | | | ১০ | ৭৮০ | ৪৭৬ | ১ | |
| ১৫২ | | | | ৪ | ৭৮০ | ৭৭৬ | ৭ | |
| ১৫৬ | | | | ১ | ৭৩৫ | ১১৮১ | ২৮ | |
| ১৬০ | | | | | ৬৫১ | ১৬৮৬ | ৮৪ | |
| ১৬৪ | | | | | ৫৪০ | ২২৪৭ | ২৩০ | |
| ১৬৮ | | | | | ৪২০ | ২৮২৬ | ৫০২ | |
| ১৭২ | | | | | ৩০৫ | ৩৪৩১ | ৯৭৭ | ১ |
| ১৭৬ | | | | | ২০৫ | ৩৯০৬ | ১৭৪৭ | ৮ |
| ১৮০ | | | | | ১২৬ | ৪২২১ | ২৯০৭ | ৩৬ |
| ১৮৪ | | | | | ৭০ | ৪৩৩২ | ৪৫০৭ | ১২০ |
| ১৮৮ | | | | | ৩৫ | ৪২২১ | ৬৬০৮ | ৩৫০ |

মোটে দুতিয় পুৰুসৰ ৬; ত্ৰিতিয় ৩৬; চতুৰ্থ ২১৬; পঞ্চম ১২১৬; ষষ্ট ৭৭৫৫, সপ্তম ২৯৮৩৫; অষ্টম ১৭৬৩৮; নৱম ৫১৫; সৰ্ব্ব মোটে ৫৭,৩১৭ ।

| | |
|---|---|
| সৰ্ব্ব মোটে পুৰুস | ৫৭,৩১৭ |
| সেইমান তিৰোতাও | ৫৭,৩১৭ |
| য়াফেতৰ বংস | ১,১৪,৬৩৪ |
| তিনি ভায়েকৰ বংস | ৩,৪৩,৯০২ |

ইয়াক আনিবৰ ক্ৰম । প্ৰথম সাৰিত পুতেকৰ সংখ্যা তলৰ দৰে ৬ বেলি লিখি, পাচে গোটালে দুতিয় সাৰি পাই ।

১ =১
১ + ১ =২
১ + ১ + ১ =৩
১ + ১ + ১ + ১ =৪
১ + ১ + ১ + ১ + ১ =৫
১ + ১ + ১ + ১ + ১ + ১ =৬
১ + ১ + ১ + ১ + ১ =৫
১ + ১ + ১ + ১ =৪
১ + ১ + ১ =৩
১ + ১ =২
১ =১

দুতিয় সাৰিও সেই ক্ৰমেৰে গোটালে ত্ৰিতিয় সাৰি পাই ।

১ = ১
২ + ১ = ৩
৩ + ২ + ১ = ৬
৪ + ৩ + ২ + ১ =১০
৫ + ৪ + ৩ + ২ + ১ =১৫
৬ + ৫ + ৪ + ৩ + ২ + ১ =২১
৫ + ৬ + ৫ + ৪ + ৩ + ২ =২৫
৪ + ৫ + ৬ + ৫ + ৪ + ৩ =২৭
৩ + ৪ + ৫ + ৬ + ৫ + ৪ =২৭
২ + ৩ + ৪ + ৫ + ৬ + ৫ =২৫
১ + ২ + ৩ + ৪ + ৫ + ৬ =২১
১ + ২ + ৩ + ৪ + ৫ =১৫
১ + ২ + ৩ + ৪ =১০
১ + ২ + ৩ = ৬
১ + ২ = ৩
১ = ১

সেই ৰুপেৰে চ বেলি লিখি গোটালে ত্ৰিতিয় সাৰিৰ পৰা চতুৰ্থ, চতুৰ্থৰ পৰা পঞ্চম, সেই ক্ৰমেৰে সকলোকে পাব ।



## তিনি জন ভাইৰ মিস্যনেৰি জাত্ৰা।

**Missionary Tour of Native Assistants.**

আমি সিৱসাগাৰ জিলাৰ পৰা ৬ ডিচেম্বৰত প্ৰথমে গৈ আউনিআটি সত্ৰৰ ভাটিএ ভেঁকেলি মুখত থকা মিৰি গাঁও পালোঁ। সেই মিৰি গাঁৱতে আমাৰ মিস্যন ইস্কুল থকাত আমি তাতে এদিন থাকি লৰাবোৰৰ লিখা পৰ্হাৰ মহলা ললোঁ। পাচে ইস্কুল ঘৰত মিৰিবোৰক গোটাই, তাতে আমাৰ নিতি মতে সিবিলাকৰ লগত ইশ্বৰক সেৱা কৰিলোঁ; আৰু সিবিলাকৰ আগত আমি তিনিও ভায়ে ক্ৰমেৰে আমাৰ প্ৰভুৰ মহা প্ৰাচিতৰ কথা বুজালোঁ। মিৰিবোৰ মাইকি মতা সকলোএ আমাৰ কথা সুনিবলৈ গোট খালে। পাচে আমি জি জি কথা, বিসেসকৈ প্ৰভুৰ জি প্ৰেমৰ কথা সিইঁতত বুজালোঁ, তাকে অলকৈ সকলোএ মন দি সুনিলে; কিন্তু ইস্কুলৰ চাত্ৰবোৰৰ মাজৰ কোনো কোনোএ প্ৰভুৰ দুখ ভোগৰ কথা সুনি বৰকৈ মন দিলে। আমি সিইঁতৰ গাঁও পোআৰ গধুলিও আমাৰ নাৱলৈ আহি সিইঁতে বহু পৰলৈ ইশ্বৰৰ কথা সুনিলে।

এই মিৰি জাতি লোকলৈ আমি সদাই সুঁৱৰি থাকোঁ। সিইঁতৰ আগৰ কোনো ধৰম বা সাস্ত্ৰ নাই, এতিয়াহে অচমিয়া গোঁসাইবিলাকে সিইঁতক ভকত কৰাই মিচা আসুই দেখাইচে। তথাপি আমি সিইঁতলৈ সদাই আসা কৰোঁ, আৰু অলপতে ইশ্বৰে সিবিলাকলৈ পৰিত্ৰান প্ৰকাস কৰি দেখাব বুলি বিশ্বাস কৰিচোঁ। ইশ্বৰে জেন এই কুসলৰ সমই অতি সিঘ্ৰে আনে, তাৰ কাৰনে আমাৰ সদাই প্ৰাৰ্থনা।

সেই মিৰি গাঁৱৰ পৰা গৈ ১৩ তাৰিখে কলঙ্গপুৰ গাঁও পালোঁ। তাতে অহাই জোআই ৬ দিন মান থাকি চাৰিও ফালৰ গাঁৱত ফুৰি জি কৰম কৰিবলৈ আমাৰ প্ৰয়োজন আচিল, সেই আমাৰ ত্ৰান কৰ্ত্তা প্ৰভুৰ অমুল্য পৰিত্ৰানৰ বাক্য প্ৰচাৰ কৰিলোঁ। আমাৰ কথা সুনিবলৈ অনেক সত্ৰৰ পৰা গোঁসাই মহাজনবিলাকে আহি আমি কোআ কথাৰে সৈতে বাদ বিচাৰ কৰিলে। কিন্তু সিবিলাকৰ সাস্ত্ৰৰ ভিতৰত জাত কুলৰ প্ৰাচিত্ত বাজে অন্তৰ পাপৰ কোনো প্ৰাচিত নোলাই; তাকে প্ৰমান কৰি বুজালত সিবিলাকেও সেই কথা হই বুলি সৈ কাৰ্হিলে। পাচে এই কথা কেনেকুআ, তাক বিচাৰ পৰ কৰি চাবৰ কাৰনে আমাৰ পৰা সাস্ত্ৰ কিতাপ সিবিলাকে আপুনি খুজি খুজি ললে।

১৫ তাৰিখে সুতাৰ নামে এখন গাঁৱলৈ তিনিও ভাই গৈ দুই তিনি ঠাইত সোমাই কিচু কিচু মানুহ পাই, তাতে সিবিলাকৰ আগত অলপ বেলি প্ৰভুৰ দুখ ভোগৰ কথা প্ৰচাৰ কৰিলোঁ। আৰু জিবিলাকে পৰ্হিব পাৰে, সিবিলাকে সাস্ত্ৰ কিতাপ ললে। তাত থকা এজন গোসাঁয়েও আমি বিবেচনা কৰি চাম বুলি, আমাৰ পৰা এখান সাস্ত্ৰ আৰু আন কিতাপ কিচু ললে। আৰু কলে, বোলে, তোমোলাকে আমুক ঠাইলৈ গৈ তাতে এই কথা প্ৰচাৰ কৰাগৈ; কিয়নো তাতে এজন বৃধ গোসাঁই ম্ৰিত্যু হোআত আজি ভেঁওৰ দহ দিনিয়া দহা হৈচে। এই কাৰনে তাত অনেক ঠাইৰ পৰা বহু লোক আহি গোট খাইচে। সেই কথা সুনি আমি এজন মানুহৰ লগত গৈ সেই ঠাই পালোঁইক। তাতে বহু লোক গোট খোআ পাই আমি ক্ৰমেৰে আমাৰ ত্ৰান কৰ্ত্তা প্ৰভুৰ প্ৰাচিতৰ কথা বুজাবলৈ ধৰিলোঁ। পাচে আমাৰ কথা সুনি ১০০ মান লোক ঘৰৰ চোঁতালত গোট খালে, তাতে আমি দুই ভায়ে দুই ঘণ্টা মান সিবিলাকৰ আগত প্ৰভুক কিৰ্ত্তন কৰিলোঁ। আৰু সিবিলাকে এতিয়া জি ধৰমত আসুই লৈ আচে, তাৰ দোআৰাই জে পৰিত্ৰান পাব নোআৰে, তাকো বহু প্ৰমানেৰে বুজালোঁ। আমি কোআ এনে প্ৰমান সুনি সিবিলাকে আৰু বৰকৈ মন দিলে। পাচে কোনো কোনোএ সুধিলে, বোলে, তেন্তে আমি য়িচু খ্ৰিষ্টক নো কেনে ৰুপে চিন্তিলে পাৰ পাৰিম? তাতে আমি সন্তোস মনেৰে সিবিলাকে প্ৰভুক জি ৰুপে চিন্তিলে পাৰ পাৰে, তাৰে কথা বুজাই দিলোঁ। এই ৰুপে আমি সিবিলাকৰ আগত কথোপ-

কৰন কৰি থাকোঁতে কোনো এজন মানুহে নাম ঘৰৰ পৰা লোকবিলাকক খিজিয়াই কলে, এতিয়া তোমোলাকে দহালৈ আঁহা, কিয়নো সকলো বস্তু যুগুত হৈ আচে। তেতিয়া মোৰ পাচৰ পৰা এটা মানুহে উত্তৰ দি কলে, তোমোলাকৰ ভাত নো কি বস্তু আচে? কেৱল মাহ আৰু চাউল মাথোন আচে, কিন্তু আমি ইয়াত অমৃত ৰুপ বাক্য সুনিবলৈ পাইচোঁ। এই হেতুকে আমি এনে কথা এৰি তালৈ জাব নোআৰোঁ; কি জানি এই কথাৰ দোআৰাই ইশ্বৰে আমাক কোনো ৰুপে মুক্তিৰ পথ দেখাই। এই ৰুপে সেই মানুহে বহু গোসাই আৰু ভদ্ৰ লোকবিলাকৰ আগত সাহ দি কলে; তথাপি কোনোএ তাৰ কথাত একো উত্তৰ দিব নোআৰিলে। আৰু মানুহবিলাকে আমাৰ কথা মনৰ ইচাৰে সুনি থকাৰ কাৰনে আন একো কথালৈ মন নি দিলে। পাচে জেতিয়া আমি কথা কৈ এঁটালোঁ, তেতিয়া সিবিলাকে পৰ্হিব পাৰে, সেই লোকক সাস্ত্ৰ কিতাপ দি আন এক দুই ঠাইত সোমাই পাচে আমি থকা ঠাইলৈ আহিলোঁ।

মানুহবিলাকে আমাৰ কথাত এই ৰুপে মন দি সুনাত আমি অতি আনন্দ পালোঁ। আৰু মনত এনে সান্তনা হোআত বাট বুলি আহোঁতেও নাচিম জেন লাগিচিল। এনে ৰুপে প্ৰভুএ আপোনাৰ অনন্ত পৰিত্ৰানৰ বাক্য লোকবিলাকৰ আগত আমাৰ দোআৰাই প্ৰকাস কৰোআত আমি তেঁওৰ ধন্যবাদ কৰিবৰ অতি কাৰন হৈচে।

এনেকৈ আমি কলঙ্গপুৰত কুৰি এঁটাই ১৯ তাৰিখে তাৰ পৰা এবেলাৰ উজনি হোআ গহপুৰ নামে মোৰ জনম ঠাইলৈ গলোঁ। তাত্তো মোৰ আগৰ চিনাকিবোৰৰ আগত ৬ দিন মান থাকি প্ৰভুক কিৰ্ত্তন কৰিলোঁ। সিবিলাকে মোৰ মুখৰ পৰা যিচু খ্ৰিষ্টৰ প্ৰাচিত্তৰ বচন সুনি বৰ বিস্ময় জেন পালে। আৰু মই সিবিলাকৰ গাঁৱৰ মানুহ হৈ এনে নতুন ধৰমৰ কথা কোআত তালকৈ মন দি সুনিলে।

২২ তাৰিখে মোৰ সৰিল অতি ভাল নো হোআত ভাইবিলাকে সৈতে দুৰৈ গাঁৱলৈ জাব নোআৰিলোঁ, তেও ওচৰৰ গাঁৱতে কুৰি ১০।১২ জন লোকৰ আগত অলপ বেলি ইশ্বৰৰ কথা কবলৈ পালোঁ। ভাইবিলাকে সৈতে দুৰৈ গাঁৱলৈ জাব নোৱৰাত মনত বৰ অসন্তোস হৈচিল। তথাপি জেতিয়া ভাইইত গাঁও কুৰি আহিল, তেতিয়া সিবিলাকে অতি আনন্দৰ বাত্ৰা মোত বুজালে, বোলে, আজি আমি এঠাইত এজন বুৰা আৰু গোটা চাৰেক ডেকা মানুহকো লগ পালোঁ। তাতে সিবিলাকৰ আগত কিচু বেলি কথা কঁওতেই বুৰাই মাত লগালে, বোলে, গল ৰাতি মই এটা আচৰিত সপোন দেখিলোঁ, এজন চাহাব ঘোঁৰাত উঠি আমাৰ ঘৰৰ কাললৈ পোনাই আহিচিল; তেঁওৰ বুকু বঙা, মুখ বগা, পাচে তেঁও আহি মোৰ ঘৰৰ ওচৰ পোআতে কলে, মই জাৰৰ কাৰনে তোমাৰ জেওৰা ভাঙ্গি দিয়া; কিয়নো চাহাবে জেন আমাৰ ঘৰলৈ নাহিব, তাৰ কাৰনে বৰ ওখকৈ জেওৰা দিচিলোঁ। তেও চাহাবে বাট দে, বাট দে বুলি কলে। কিন্তু আমি তেঁও আহিবলৈ বাট নি দিয়া দেখি চাহাবে ঘোঁৰাই সৈতে জাঁপ মাৰি ইমান ওখ জেওৰা ধন পাৰ হৈ আহিল। পাচে আমাৰ ওচৰ পাই এই কথা কলে, তোমোলাক সকলোএ আগৰ মিচা ধৰম আৰু মিচা আসুই এৰি সত্য ধৰম লব লাগে; কিয়নো এতিয়া সত্য অৱতাৰৰ কথা ওলাইচে। তাতে তোমোলাকে ধৰিলে পৰিত্ৰান পাবা। এই ৰুপে কথা আমাত কৈ চাহাবে ঘোঁৰাই সৈতে উত্তৰ কাললৈ গুচি গল। সেই বুৰাই আপোনাৰ সপোনৰ কথা কৈ ভাইবিলাকত কলে, তেন্তে তোমোলাকে জি জনৰ কথা আমাৰ আগত কৈচা, সেই জনেই আমি সপোনত দেখা সত্য অৱতাৰ হব পাই।

আমাৰ ভাইবিলাকে এনে ৰুপে সৈ সিবিলাকৰ আগত সত্য অৱতাৰ প্ৰভু যিচু খ্ৰিষ্টৰ সুত বাত্ৰা কিৰ্ত্তন কৰাত সিবিলাকে সুনি বিস্ময় মানিলে।

এই ৰুপে সেই মোৰ জনম ভূমিত অহাই জোআই সাত দিন মান থকা হল। অৰু সেই

পক্ষ দিনৰ ভিতৰত আমি দিনে দিনে তিনি কুৰি বা চাৰি কুৰি মান মানুহৰ আগত প্ৰভুৰ বাক্য কবলৈ পাইছিলোঁ। গাঁৱৰ পৰা উভতি আহিলেও ওচৰৰ গাঁৱলিয়াবোৰে ৰাতি ঝুমে ঝুমে আমাৰ ওচৰলৈ আহে। সিবিলাকে ধৰম কথা সুনিবৰ কাৰনে আহে, কেৱল এনে ন হই, কিন্তু মোৰ লগত একৰ্দ্দিয়ন নামে বিলাতি বাজনা জোআত তাক সুনিবলৈহে আহে। তাতে আমি অলপ বেলি বাজনা দেখাই ৰাতি বহুতলৈকে সিবিলাকৰ আগত আমাৰ প্ৰভুৰ কথা বুজাঁও।

এদিন আমি গাঁচি গাঁও নামে এক ঠাইলৈ গলো, তাতে ডফলা কেতবোৰ আহি গাঁও পাতি আচে। পাচে আমি সেই ডফলাৰ ঘৰলৈ গৈ এটা গামক পাই তাৰ আগত অলপ বেলি ইস্বৰৰ কথা কলোঁ। সি এনে কথা কেতিয়াও আগেএ নু সুনাত বৰ বিস্মই হল। আৰু বুলিলে, মোক প্ৰভু য়িচু খ্ৰিস্টে ৰাখিচে নে? তেঁৱে মোক মাৰিব নে? পাচে আমি কলোঁ হই, তোমাকে ৰাখিচে, আৰু মাৰিবও। কথা কৈ এটাই তাক মই সুদিলোঁ, তোমাৰ আগৰ বুপা ককা কৰ পৰা আহিল? সি কলে, আমি স্বৰগৰ পৰা আহিলো; আহোমে ৰজা সোনৰ জখলাৰে আহিল, আমি বাঁহৰ জখলাৰে আহিলো, সেই কাৰনে এতিয়া আমি চাঙ্গ ঘৰ সাজি থাকোঁ। ডফলা জাতি প্ৰাই মিৰিৰ দৰে হই, ঘৰো মিৰিৰ ঘৰৰ দৰে, আৰু জেতিয়া অচমিয়া কথা কই, তেতিয়া মিৰিৰ দৰে হ উচাৰন কৰিব নোআৰে। মানুহবোৰ মিৰিতকৈ সকত আৰু হিংসক। সিইঁতে সদাই বনৰ সাজেৰে ফুৰে, তিস্নিত কাঁৰৰ টোন আৰু ধেনু, আৰু ডেৰ হাত মান দিঘল এখন পজুআ অৰ্থাত দা। এইবোৰ অস্ত্ৰ সদাই গাত লৈ ফুৰাই, কোনোএ জদি সিইঁতক অপকাৰ কৰে, সিইঁতেও তাৰ প্ৰতিফল নি দিএ মানে নেৰে। সিইঁত মানুহবোৰ প্ৰায়ে নগাতকৈ বগা, নগাৰ দৰে সকলো বস্তু খাই। সিইঁতে চাৰি পাঁচ দেৱতাক পুজে; সেই দেৱতাবোৰৰ নাম এই। চৰক, অৰ্থাত স্বৰগ দেও, মুঁ দেও, চিকি দেও, লুঁট দেও, আৰু টাপম দেও। কিন্তু আটাইতকৈ প্ৰধান চৰক দেও। জেতিয়া সিইঁতে দেৱতা সেৱা কৰে, তেতিয়া আহোম দেওধাইৰ দৰে গাহৰি, কুকুৰা মাৰি মন্ত্ৰ গাই। ডফলাৰ কেৱল দুই জাতি মাধোন। এজাতিৰ নাম টাগি, সিইঁতৰ ভাসা আনতকৈ কিচু লৰ। আগৰ কালত ডফলাবোৰে ৰায়তক বৰ দুখ দিচিল, কেতিয়াবা অলপ মান জগৰ লাগিলেই ৰাতি ঘৰ বেৰা দি কোনো কোনো ঘৰ ধৰি সিইঁতৰ চাঙ্গলৈ নিএ। পাচে গাঁৱৰ পৰা বহুতিয়াবোৰে বহু ধন দিহে আনিব পাৰে। এতিয়া হলে সিইঁতৰ ইমান সক্তি নাই। ডফলাৰ ভাসা প্ৰায়ে মিৰিৰ নিচিনা সুনি।

জি দিনত আমি গহপুৰৰ পৰা আহিলোঁ, তেতিয়া মই সেই মোৰ আপোন গাঁৱলৈ বাটৰ পৰা ঘুৰি ঘুৰি চাই মনত ভাবিলোঁ, হাই হাই, ইস্বৰে এই ঠাইলৈ আপোনাৰ কুসল পঠিয়ালে; মানুহবিলাকে জদি এই বাত্ৰা গ্ৰাহ্য কৰা হলে, তেন্তে সিবিলাকৰ কেনে আনন্দৰ কাৰন হলহেঁতেন। কিন্তু এতিয়া আমি আহিলোঁ, কি জানি এনে কথা সিবিলাকে আৰু কেতিয়াও সুনিবলৈ নে পাব। তথাপি জানিচোঁ, আমাৰ প্ৰভুৰ জি অগ্নিৰুপ [illegible] এই পাপময় অৰন্যত পৰিল, সেই অৰন্য সকলোকে পুৰি ভস্ম ন কৰে মানে তাৰ পৰা উলটি নাহিব। পৌলে জেনেকৈ কলে, মই বন্ধনতে আচোঁ, তথাপি ইস্বৰৰ বাক্য বন্ধন ন হই। সেই ৰুপে আমি আহিলেও ইস্বৰৰ সক্তিমন্ত বাক্য তাৰ পৰা উলটি নাহিব, ইয়াকে মই বিস্বাস কৰিচোঁ।

ন ল. ফ.



## কইন আৰু হেবেলৰ কথা ।

Lesson III.—Cain and Abel.

আদম আৰু হাৱাক বাৰিৰ পৰা বাহিৰ কৰাৰ পাচে সিবিলাকৰ দুটা লৰা উপজিল। সিহঁতৰ নাম কইন আৰু হেবেল ।

কইন হলে চইতানৰ দৰে অধৰমি আছিল, কিন্তু হেবেল হলে ভাল আছিল । সি পাপি হলেও ইশ্বৰে তাৰ মনত পবিত্ৰ আত্মা দিলে, এই কাৰনে সি তেঁওক প্ৰেম কৰিলে । হেবেলে তাৰ পাপৰ নিমিত্তে মন পালটাই তাৰ পাপৰ খেমা খোজাত ইশ্বৰে তাক খেমা কৰিলে।

কইন আৰু হেবেলে সিহঁতৰ বাপেকৰ শিক্ষা টান কাম কৰিব লাগে ।

কইন খেতিয়ক কাম কৰি, গচ ৰুলে, সস্য বৈ দালে। কিন্তু হেবেল মেৰ চাগ ৰখিয়া আছিল ।

ইশ্বৰলৈ সিহঁতৰ কেনে আচৰন, তাকে মই এতিয়া তোমোলোকত কঁও, সুনা ।

বাৰিৰ মাজত জেনেকৈ ইশ্বৰে সিবিলাকৰ লগত প্ৰেম আলাপ কৰিলে, সেই দৰে পাপ কৰাৰ পাচে আৰু ন কলে; কিন্তু কেতিয়াবা কেতিয়াবাহে কথা বাত্ৰা কৰিলে, আৰু তেঁওলৈ প্ৰাৰ্থনা কৰিবলৈ আগ্যা দিলে । তুমি জানা, প্ৰভু য়িচু আদমৰ আৰু তাৰ সন্তুতিবিলাকৰ কাৰনে মৰিবলৈ অঙ্গিকাৰ কৰিলে; সেই কাৰনে ইশ্বৰে সিহঁতলৈ ইমান দায়া আৰু প্ৰেম কৰিলে ।

প্ৰভু য়িচু সিহঁতৰ কাৰনে মৰিব, ইয়াকে জেন সিহঁতে সদাই সুঁৱৰিব, ইশ্বৰৰ এই ইচা, এই দৰে সিহঁতে জেন মনত ৰাখিব পাৰে, তেঁৰে সিহঁতক এক ৰিতি দিলে।

তেঁও সিহঁতক সিল দমাই ভেটি কৰিবলৈ দিলে, আৰু তাৰ ওপৰত কাঠ দি, পাচে মেৰ বা পোৱালি তাৰ ওপৰত ৰাখি কটাৰি লৈ মাৰিব দিলে; পাচে জুইৰে পুৰিব। এই কৰম কৰাকে বলি উচৰগ কৰা বোলে ।

জেতিয়া মানুহবিলাকে এই কৰম কৰে, তেতিয়া জেন ভাবিব পাৰে, জে এই দৰে কোনো এদিন তেঁও মানুহবিলাকৰ পাপৰ কাৰনে আপোনাৰ পুত্ৰক মৰিবলৈ দিব, ইশ্বৰৰ এই ইচা । জি সময়ত প্ৰভু য়িচুক সেৰেদ কাঠত গজালিলে, তেঁও তেঁটিৰ ওপৰত ৰখা মেৰ পোৱালিৰ নিচিনা হৈছিল ।

হেবেলে ইশ্বৰৰ অঙ্গিকাৰ সুঁৱৰি মেৰ পোৱালি আনি তেঁওলৈ উচৰগ কৰিলে; কিন্তু কইনে ইশ্বৰৰ আগ্যা নে মানি মেৰ পোৱালিৰ সলনি কেতখনি গচৰ গুটি আনি উচৰগ কৰিলে । এই কাৰনে ইশ্বৰে কইনৰ ওপৰত খং কৰি তাৰ উচৰগ গ্ৰাহ্য ন কৰিলে । তেতিয়া কইনৰ বৰ খং হল, আৰু হেবেলক ঘিন কৰিলে, কিয়নো সি ভাল, আৰু ইশ্বৰে তাক প্ৰেম কৰিলে । হেবেললৈ কইনৰ হিংসা হল ।

তেতিয়া ইশ্বৰে কইনক মাতি কলে, বোলে, তই কেলেই খং কৰিচ! জদি তই মোক প্ৰেম আৰু সেৱা কৰ, মই অৱস্যে তোত সন্তোস হম; কিন্তু জদি ন কৰ, সাস্তি পাবি ।

তথাপি কইনে তাৰ অধৰম কৰমত চলি থাকিল; আৰু সেসত কি কৰিলে, সুনা । এদিনা সি পথাৰত হেবেলৰ লগত কথা বাত্ৰা কৈ থাকি, উঠি তাক মাৰিলে ।

হেবেলৰ তেজ মাটিত বোৱা হল । হেবেল মৰা মানুহবিলাকৰ মাজত প্ৰথম আছিল । এই দৰে কইনে হেবেলক ঘিন কৰিবলৈ ধৰি, সেসত্তে সি তাৰ ভাই হলেও তাক মাৰিলে ।

লগতেই কইনে ইশ্বৰৰ মাত সুনিলে । তেঁও কলে, বোলে, তোৰ ভাই হেবেল কত ?

দুষ্ট কইনে উত্তৰ দিলে, মই নে জানোঁ; মই মোৰ ভাইৰ ৰখিয়া নে? কিন্তু ইশ্বৰে কলে, মই তোৰ ভাইৰ তেজ মাটিৰ ওপৰত দেখিলো; তই সাও পোৱা হলি । তই তোৰ পিত্ৰি মাত্ৰিৰ ঘৰ এৰি প্ৰিথিবিত ফুৰি থকা হবি ।

কইনে কলে, মোৰ সাস্তি সহিব পৰাতকৈ ডাঙৰ । অস! লোকে মোক মাৰিব নি দিৱা।

ইশ্বৰে কলে, তই বধ কৰা ন হবি, কিন্তু এক ঠাইৰ পৰা আন ঠাইলৈ ফুৰি থকা হবি।

এই নিমিত্তে কইনে বহু দুৰলৈ গৈ থাকিল; আৰু তাৰ সন্তুতিবিলাকৰ নিমিত্তে ঘৰ সাজিলে । সিহঁতে ইশ্বৰলৈ মন নি দি ফু-

কৰমত থাকিলে। সিইঁত ভুত ৰজাৰ সন্তান হল।

এই মতে আদম আৰু হাৱাই একে দিনতে সিইঁতৰ দুয়ো পুত্ৰক হেৰুআলে; কিয়নো কইনে বহু দুখতৈ গল, হেবেল মৰিল।

সিইঁতে কিমান সোক কৰিলে চাগৈ, জেতিয়া প্ৰিয় হেবেলক মাটিৰ তলত থলে! কিন্তু কইন ইমান দুষ্ট বুলি ভাবি, আৰু কিমান সোক কৰিলে চাগৈ!

জেতিয়া চইতানে গুটি খাবলৈ দিলে, সিইঁতে কেলেই খালে? সেই গুটি নো খোআ হলে অসুখি ন হলহঁতেন; কইন দুষ্ট ন হলহঁতেন, হেবেলো ন মৰিলহঁতেন। তথাপি আদম আৰু হাৱাক ইশ্বৰে দায়া কৰি হেবেলৰ সলনি আৰু এটা পুত্ৰ দিলে, জি ইশ্বৰৰ আত্মাৰ দোআৰাই ধৰমি কৰা হল; তাৰ নাম চেত।

চেতৰ সন্তানবিলাকে ইশ্বৰক ভই কৰিলে, আৰু ইশ্বৰে সিইঁতক প্ৰেম কৰি আপোনাৰ সন্তান বুলিলে। ক.

## এটা ভাইৰ উপদেস।

A Brother's Advice.

১। অধিক প্ৰাৰ্থনা কৰা। প্ৰাৰ্থনাই খ্ৰিষ্টিয়ানবিলাকৰ নিশ্বাস। ত্ৰান কৰ্ত্তা জেতিয়া প্ৰিথিবিত আছিলে, তেতিয়া তেঁও অধিককৈ প্ৰাৰ্থনা কৰিছিলে। দুৰ্বল হেতুকে আৰু মহা সত্ৰুৰ হিংসাৰ কাৰনে আমি নিতৌ ভয়তে পৰি উপাই কৰি থকা উচিত। জতন কৰি প্ৰাৰ্থনা ন কৰিলে আমাৰ কোনো প্ৰকাৰে বিধিনি নো হোআ হব নোআৰা। প্ৰিয় ভাইবিলাক, প্ৰাৰ্থনাৰ দোআৰাই ধৰম পালন কৰি কাল নিয়াবা। জি জনে নিতৌ প্ৰভুক বিচাৰ কৰি তেঁওৰ ওচৰত থাকে, সি অতি সুখিয়া।

২। ত্ৰান কৰ্ত্তাক প্ৰেম কৰা। জিবিলাকে তেঁওৰ ওচৰত থাকে, আৰু তেঁওৰ গুন উত্তম ৰূপে জানে, সিবিলাকে তেঁওক অতিসই প্ৰেম কৰে। আমি তেঁওৰ সিস্য ন হঁও নে? তেঁওৰ আপোনাৰ তেজেৰে আমাক কিনা নাই নে? তেঁওক সকলো মনেৰে আমি প্ৰেম কৰা উচিত হই, তাৰ বাহিৰে সেয়ে অতি লাভৰ কাৰন হই। হে প্ৰভু, আপুনি সকলোকে জানা, মই তোমাত প্ৰিতি কৰিছোঁ, এই কথা কব পাৰা নে?

৩। ইশ্বৰৰ বাক্য নিতৌ বিচাৰা। সেই বাক্য সত্যৰ সম্পুৰ্ন ভঁৰাল, আৰু সিখ্যাৰে সান্তনা বাক্যতে পৰিপুৰ্ন। জিহেতে ইশ্বৰৰ বহু মুলিয়া বাক্য আমাক পথ দেখুআ হব নোআৰে। কোনো দুখ বা আপদে আমাক বাধা কৰিব নোআৰে; ধৰম পুথি বিনা কোন থাকিব খোজে? এই হেতুকে আমি ধৰম পুথিক অধিককৈ প্ৰেম কৰোঁহক, আৰু আমি দিনে দিনে তাক অধিক জানোঁ, আৰু অধিককৈ প্ৰেম কৰোঁ, এই কথা আমালৈ অতি সত্য হওক। সেই পুথিএ আমাক বুধি দিএ, আমাক দুখৰ মাজত বাট দেখুআই, এন্ধাৰত আমাৰ পহৰ, আৰু স্বৰগালৈ জোআ পথত সেই পুথিএ আমাৰ সিখ্যক। প্ৰিয় ভাইবিলাক, এতিয়া কোআৰ দৰে তোমোলাকে সেই পুথিক গিয়ান কৰা নে?

৪। প্ৰিয় ভাইবিলাকক প্ৰেম কৰা। জিৱনৰ পথত সিবিলাক আমাৰ সঙ্গি। সিবিলাকে একে প্ৰভুৰ দোআৰাই পৰিত্ৰান পাই, আৰু সিবিলাকে তেঁওৰ বহু মুলিয়া তেজৰ দোআৰাই কিনা হই। জিবিলাকক ত্ৰান কৰ্ত্তাই প্ৰেম কৰে, সিইঁতক জদি আমি প্ৰেম ন কৰোঁ, তেনে হলে আমাৰ মনত অতি বেয়া চিন হল। ভাইবিলাকৰ চেনেহা চেনেহি থাকোক। অলপ দিনৰ পাচে জিবিলাকক আমি এতিয়া প্ৰেম কৰোঁ, সিবিলাক প্ৰেমময় স্বৰগত সদাই আমাৰ বন্ধু হব।



## পুৰনি অসম বুৰঞ্জি, নং ১৭।

**Protap Singh—War with the Bengalis.**

লাকুনি কন্নমাও (৯) সঁকত কাত্তিত ৰজা দেৱে দেও পানিত গৰ বান্ধিলেগৈ। তাৰ পৰা গৈ, মাঘৰ দিনত ৰজা দেৱে চামধৰাত গৰ বান্ধিলেগৈ। লাকুনি তাওচি (১০) সঁকত আঘোনত ৰজা দেৱে জাত্ৰা কৰি থাকোঁতে কোঁচ ৰজাৰ পুতেক চন্দ্ৰ নাৰায়ন ১, হেম নাৰায়ন ১, সংগ্ৰামতিত ১, এই তিনিও ৰজা দেৱক সেৱা কৰিলেহি। ৰজা দেৱে হাতি ১, ঘোঁৰা ১, সোন, ৰুপ, সোনৰ চুলাৰে ৰঁটা দি কোঁচৰ তিনি কোঁঅৰক বিদাই দিলে। বঙ্গালৰ মুণ্ডমালা বান্ধিবৰ পাচত সতাইৰ কথা লৈ মিচিৰ গোসাঁইক মাৰিলে, বহুত উত্‌পাত হল। পাচে ৰজা দেৱে তাৰ পৰা চিনাতলিত ৰলগৈ। আমাৰ আগে জোঅা মানুহ পাণ্ডুত গৰ দি আচিলে, সেই সকলেই পিকচাই হাজৰকিয়াকে, নানৰংকপৰ লাঙ্গি ডেকাকে, এই দুইক পঠাই ৰজা দেৱত জনোআলে। ৰজা দেৱে চিনাতলিৰ পৰা জোনাই বস্তাত ৰলগৈ। সেই ঠাইতে ঢেকেৰিৰ ৰামদেও ১, জই নাৰায়ন ১, দুয়ো আহি ৰজা দেৱক সেৱা কৰিলেহি। পাচে ৰজা দেৱে ঘোৰা দুটা, সোন, ৰুপ, সোনৰ কেৰুৰে ৰঁটা দি দুইকো বিদাই দিলে।

তাৰ পৰা ৰজা দেৱে লাঙ্গুডাম বৰুআক সেনাপতি পাতি পঠালে; লাঙ্গুডামেও গৈ পাণ্ডুৰ কোঁঠত থাকিলগৈ। তাৰ পৰা ৰজা দেৱে ভটিয়াই বিশ্বনাথত ৰলগৈ। তাৰো পৰা ৰজা দেৱে চামধৰাৰ বালিত ৰলগৈ। লাঙ্গুডাম ৰৰুআকে, ৰংকপৰ নাতিএককে, লেচাইতাইকে, তোথুৰুলাঙ্গিডামকে, এই সকলক আগৰ কোঁঠত থাকিব দিলেগৈ।

এনেতে লুইতে দি বঙ্গাল আহি জুধ ধৰিলেহি, আমাৰো মানুহে কাঁৰ গুলি মাৰিব ধৰিলে। বঙ্গালে জুধে নোআৰি হুহকি চাপৰিত ৰলহি লুইতৰ। পাচে আমাৰ মানুহে চাপৰিৰ দুই ফালৰ পৰা গুলিয়াব ধৰিলে, বঙ্গালো সেই ঠাইত ৰব নোআৰি হাজোত ৰলগৈ। পাচে লাঙ্গডাম ৰৰুআই এই কথা ৰজা দেৱলৈ জনাই পঠালে। পাচে ৰজা দেৱে এই কথা সুনি বুঢ়া গোহাঁইকে, বৰ পাত্ৰ গোহাঁইকে, বৰ গোহাঁইকে, এই তিনি জনাক হাজোত থাকিব চিলেগৈ। পাচে ডাঙ্গৰিয়া সকলেও গৈ হাজোত থাকি, বঙ্গালৰ বাত্ৰা ৰজা দেৱলৈ জনাই আচিল। পাচে ৰজা দেৱে এই কথা সুনি লাচামপাম ডওাৰিকে, লাই নদ্দিকৈৰ বাইডঙ্গিয়া ৰৰুআকে পঠাই হাজোত ডাঙ্গৰিয়া সকলৰ আগত কোঅালে, মোৰ আগ্যা নে জাই মানে ডাঙ্গৰিয়া সকলে বঙ্গালক আগ বাঢ়ি ন ধৰিব। ডাঙ্গৰিয়া সকলেও ৰজা দেৱৰ আগ্যা সুনি থাকিল।

এনেতে লাঙ্গুডাম ৰৰুআ নৰিয়া পৰি উজাই আহিল। পাচে সকলেও আলচ কৰি ৰজা দেৱলৈ জনাই আহিল। পাচে ৰজা দেৱে লাংথাতৰ নাতিএক বৰ গোহাই পৰিয়া লাঙ্গুককে, লাচাম তিবিঙ্গকে, নেওগ পাতি ৰুপৰ মুঠিৰে দা দু খন দি হাজোলৈ পঠাই দিলে। দুই নেওগক থৰলৈ মদ নো খোআৰ পুতেক লাঙ্গুকক পঠাই দিলে, বোলে, দুই নেওগৰ কথাৰে ন চলিব জি, সেই মানুহক দুই নেওগে কাটিব। পাচে দুই নেওগে গৈ ৰাজাৰ লগ নে পালেগৈ। ডাঙ্গৰিয়া সকলে আলচি লাওৰ নাতিএক বৰ দেঁওধাইকে; সন্ধাওলাইৰ নাতিএক লাই দেঁওধাইকে কুকুৰা ঠেঙ্গ চোআলে; আমি লুইত পাৰ হৈ আগিয়া ঠুটিলৈ গলে, আমাৰ ঠাইলৈ ঢেকেৰিৰ মনি কোঁঅৰ আহিব নে নাহে? দুই দেঁওধায়ে ঠেঙ্গ মাৰি কলে, নিচই মনি কোঁঅৰ আহিব। এনেতে তাইতেসয়ে মনি কোঁঅৰে, এই দুয়ে তনয়া পৰ্বতত ৰলগৈ। তিনি জনা ডাঙ্গৰিয়াও গৈ চেঁচা পালেগৈ; তাৰে পৰা চেঁচা পাৰ হবৰ সুনি ঢেকেৰি মনি কোঁঅৰে তনয়া পৰ্বতৰ পৰা উজাই আহি তিনি জনা ডাঙ্গৰিয়াৰ লগ ললেহি। পাচে তিনি জনা ডাঙ্গৰিয়া বোলে, মনি কোঁঅৰ, তই ৰজা দেৱৰ কথা এৰি তনয়া পৰ্বতলৈ কিয় গলি? এই ৰুপে দাই ধৰি থাকিল।

পাচে তিনি জনা ডাঙ্গৰিয়া বাতি পুআতে চেঁচা নদিৰ কোথত গৰ প্ৰাপ্তি কৰি পুনৰ্বাৰ দেঁও-

খাইক কুকুৰা চেঙ্গ চাৰ দিলে । আমি চেঁচাত থাকিব পাৰিম নে নোআৰিম? দেঁওধায়ে কুকুৰা চেঙ্গত ভাল পাই কলে, আমি চেঁচাত ৰব পাৰিম । পাচে ডাঙ্গৰিয়া সকলে সৈতে চেঁচাতে ৰৈ, ৰজা দেৱলৈ জনাই পঠালে । এই কথা চামধৰাত ৰজা দেৱে সুনি মত্তামকে, মোচাইকে, কুকুৰা চেঙ্গ চাৰ দিলে । সিহঁত দুয়ে চেঙ্গ মাৰি ভাল বুলি কলত ৰজা দেৱে আনন্দ হৈ দ্রিচ কৰি বলে । ত্যাওনামথুকে, মদ নো খোআৰ পুত্তেক লালুককে, এই দুইৰ হাতত লেখা দি পঠালে, বোলে, তইঁত দুয়ে লেখা দি মোৰ আগ্যা তিনি জনা ডাঙ্গৰিয়াক মুখ্য কৰি সকলতো কৰি, মোৰ আগ্যা নে জাই মানে চেঁচাৰ পাৰ কেও হব নে লাগে । এই কথা দুয়ে গৈ চেঁচাৰ গৰত সকলতো কলেগৈ । পাচে আমাৰ মানুহে চাৰি পাঁচ দিনা বঙ্গালক চৰিয়া ৰূপে জুপি চাই আছে, বঙ্গালেও একো প্রকাৰে ধৰিব নোআৰে ।

পাচে এক দিনা প্রতি আমাৰ মানুহে কিচু বঙ্গালে পাই ধৰি কাটিলে, বৰ পাত্র গোহাঁইৰ বানফঙ্গিয়া মানুহ দু কুৰি ধৰি লৈ গল । আৰু বঙ্গাল এস ঘোঁৰাৰে আহিচিলে, ইয়াকে দেখি আমাৰ মানুহে নেওগত জনালেগৈ । পাচে দুই নেওগে নাকৈ দাৰে গদিয়াই, আমাৰ মানুহক গৰৰ পৰা উলিয়াই বঙ্গালক ধৰিব দিলে । তেতিয়াই তিনি জনা ডাঙ্গৰিয়াই, লাচামপাম ভৰালিএ, এই সকলেও বাধিলে, বোলে, ৰজা দেৱৰ আগ্যা ন কই মানে তইতে কিয় বন কৰিব খোজ? আৰ পৰা ঘাটি প্রমাদ জদি হই, এই কথা তইঁত দুই নেওগেহে জান । এই কথা লাচাম তিৰিঙ্গ নেওগে সুনি, তিনি জনা ডাঙ্গৰিয়াক বৰ কথা মাতিলে, ৰজা দেৱৰ কথালৈকো বাট নে চাই, ৰাজ্যক কোৰাই আগ বঢ়াই দিলে । পাচে ডাঙ্গৰিয়া সকলে বোলে, বন্দিৰ কি বৰ কথা সুনিব লাগে? আমিও ধৰিব লাগে; এই বুলি ডাঙ্গৰিয়া সকলে ওলাই জুধ ধৰিলেগৈ । পাচে বঙ্গালক আমাৰ লোকে খেদি নৈ, হাজো পৰ্ব্বতত বেৰি ধৰিলেগৈ । লাচামপাম সংবালি লুইতৰ কাষৰে, বৰ গোহাঁই লাই সন্দিকৈৰ বাইতঙ্গিয়া বৰুআ, এই দুয়ে পৰ্ব্বত উঠিলগৈ । ইবোৰ উঠি জাঁওতে বঙ্গালে চাই আচিলে । উজনি বাটে বুঢ়া গোহাঁই, বৰ পাত্র গোহাঁই, মনি কোঁঅৰ, তাইতেখু, এই চাৰিএ পৰ্ব্বতৰ চেঙ্গত বেৰিলেগৈ । পাচে বঙ্গালে দেখি ঘোঁৰা মেলি আমাৰ লোকক কাটিব ধৰিলে । আমাৰ ধৰ্ম্মৰজা এক, চুটিয়া কোঁঅৰৰ জদু ডেকা ১, এই দুয়ে পৰ্ব্বতৰ পৰা ওলাই হুহকি আহিল; হুহকি আহিবৰ দেখি বঙ্গালে ঘোঁৰা মেলি ধৰিলেহি । পাচে ইবোৰে বঙ্গালক উলটি জুধ ধৰিলে; পাচে দুই দলে কটা কটি কৰিলে । আমাৰ মনি কোঁঅৰ পৰিল, হাজৰকিয়া এটাও পৰিল, মানুহ কিচুও পৰিল, বুঢ়া গোহাঁই কুনাম হাতিত উঠি পলাই আহিল, বৰ পাত্র গোহাঁই প্লাইতম হাতিত উঠি পলাই আহিল, লাঙ্গু হাতি বৰুআ লুংতাই হাতিত উঠি পলাই আহিল । পাচে পলাই আহোঁতে খকবক বুঢ়া গোহাঁই হাতিৰ পৰা পৰি কঁকাল ভাগিল । বৰ গোহাঁয়ে, লাজু নেওগে, জুধে নোআৰি পলাই আহিল । লাচামপাম ভৰালি নাৱে পলাই আহিল, আমাৰ নাও ভেৰে খন পৰিল । পাচে আমাৰ সমস্ত লোক ভাগি আহিল; পাচে ৰজা দেৱে এই কথা সুনি, চামধৰাৰ পৰা ভটিয়াই গল্ল । পাচে তিনি জনা ডাঙ্গৰিয়াকে মুখ্য কৰি সমস্ত লোকে ৰজা দেৱক মাতিলত, সকলবো বচন ৰাখি, পুনৰ ৰজা দেও উলটি চামধৰাত ৰলহি । পাচে ফাগুনৰ দিনত ৰজা দেও তাৰ পৰা উজাই আহি চিনাতলিত ৰলহি । সেটা কাৰিকে, লাঙ্গিখেক্ নাকৈ ধৰাকে, লাজু নেওগকে, এই তিনিক চামধৰাতে কাটিব দিলে । ৰজা দেৱৰ আগ্যাৰে জোআ মানুহে তিনিকো চাম ধৰাতে কাটি, চাৰিঙ্গ ৰজাকে, বৰ গোহাঁইকে, এই দুইক মইনা সজাত ভৰাই আনিলে । বৰ গোহাঁই পৰিয়া লালুককে, লেচাম তিৰিঙ্গকে, এই দুইক বন্দিকৈ আনি দিখৌ মুখত মাৰিলে । লাঙ্গি ফুকনকে, বৰ গোহাঁই পৰিয়া

মানুহকে, এই দুইক ধিৰ গঁৱাল দি থাবলৈ নি দি লুকাই মাৰিলে। পাচে ৰজা দেৰে চিনাতলিৰ পৰা নগৰলৈ আহি, স্লেচ্ছ স্লেতাম কৰিলে। সেই বচৰতে ৰাজ্যৰ গৰু মহ বিস্তৰ মৰিল।



Rupee of Sworgonarayon Protap Singh, struck A. D. 1648.

শ্ৰীশ্ৰী স্বৰ্গনাৰায়ন দেৱস্য শাকে ১৫৭০। শ্ৰীশ্ৰী হৰি হৰ চৰন পৰায়নস্য। অৰ্থাত শ্ৰীশ্ৰী স্বৰ্গনাৰায়ন প্ৰতাপ সিংহৰ ৰুপ। শক ১৫৭০। বিষ্ণো, সিৱ, দুইৰে চৰনত পৰি থাকোঁতা।

## মাত্ৰি বধ।

Matricide.

কলিকতাৰ এটা আলি বাটৰ কোসৰত এজন চাহাবে অনেক হিন্দুবিলাকৰ আগত ধৰম কথা প্ৰচাৰ কৰি আছিল। তাতে সুনাবিলাকৰ মাজৰ এটাই সুধিলে, বোলে, হে মহাচই, নিবেদন কৰি সোধোঁ, জদি কোনোবাই আপোনাৰ মাত্ৰিক মাৰে, তেন্তে তাৰ পাপ হব নে?

চাহাব। ন হই নো কি? বৰ পাপ হব।

হিন্দু। তেন্তে তুমি এনে বৰ পাপ কৰিলা।

চাহাব। মোৰ এনে পাপ আছে বুলি, কি প্ৰমান দিব পাৰ?

হিন্দু। কিয় চাহাব? গৰুৰ গাখিৰ খাইচা, তাতে তাই তোমাৰ মাত্ৰি হৈছে; পাচে তাইক মাৰিচা।

চাহাব। তোমাৰ কথাৰ একো প্ৰমান নাই, কিয়নো গৰু মোৰ আই ন হই; জদিহে হই, তেন্তে মোৰো চাৰি ঠেঙ্গ আৰু নেগুৰ হলহেঁতেন। মোৰ কথা সঁচা হই নে, ন হই, এই সকলো মানুহে কওক। কিন্তু মই প্ৰতিবাদ কৰি সোধোঁ, ৰকপত তোমোলাকে মাত্ৰি বধি নো হোআ নে? কিয়নো তোমোলাকৰ আচা-[illegible] আপোন মাকক চিতাত পুৰি মাৰে। ম.

## জিয়াই থাকিবলৈ কেৱল পাচ খন্তেক মাথোন।

"Only five minutes to live"

জেতিয়া আমাৰ আয়ুসৰ পাঁচ খন্তেক মাথোন বাকি থাকিব, এনে আমাৰ প্ৰতি জনৰ কাল আহিচে। কোন খেনত এই তয়ৰ কাল আহিব, আমি ন জনা হব পাৰোঁ, তথাপি প্ৰতি জনলৈ অৱস্যে আহিব। আৰু তেতিয়াৰ পাঁচ খন্তেকৰ মুৰত আমি এই সংসাৰৰ সিমা পাৰ হৈ পৰলোকলৈ জাম। সেই সেস পাঁচ খন্তেকৰ বিসয়ে প্ৰাই সকলো লোকে কেনে অচিন্তন থাকে। বেগাই বা পলমকৈ আহে, তালৈ জুগুত হবলৈ সকলোৱে সুম কৰা উচিত।

জৌৱন কালত কাঁচি দিয়া দণ্ড আগ্যা পোআ মানুহত এজন সোধাকএ এই কথা কৈচে, বোলে, তোমাৰ কেৱল পাঁচ খন্তেক আচে; জদি তোমাৰ কিবা কথা কবলৈ আচে, বেগাই কোআ; কিয়নো জিবলৈ তোমাৰ পাঁচ খন্তেক মাথোন আৰু আচে।

সেই ডেকা মানুহৰ চকুৰ পানি বৈ বৈ [illegible] আৰু কলে, বোলে, মৰনৰ দণ্ড আগ্যা মোৰ ওপৰত পৰিল। মোৰ এটা সুন্দৰ সৰু ভাইটি আছিল, জাক মই বৰ প্ৰেম কৰিলোঁ। কিন্তু এদিনা কটিকা প্ৰথম বেলি খোৱাত মতলিয়া হলোঁ, আৰু ঘৰলৈ আহি মোৰ সৰু ভাইটি বাৰিৰ মাজত গুটি পৰা দেখি অকাৰনতে খঙ কৰি জবকা দাক্সি একে কোবতে মাৰিলোঁ। মই জি কৰিলোঁ, তেতিয়া নে জানিলোঁ, কিন্তু পাচ দিনত টোপনিৰ পৰা সাৰ পাই দেখোঁ, মোৰ হাত ভৰি বন্ধ কৰা হল, আৰু টেকেলাই মোক বান্ধি আচে। সিবিলাকে মোৰ সৰু ভাইটিক জেতিয়া পালে, তেতিয়া তেজ আৰু মুৰৰ ঘিঁউ তাৰ চুলিত গোট খাই লাগিচিল, আৰু সি মৰিল, এনে কথা মোক কলে।

এই কৰম কটিকাই কৰিলে। কটিকাইহে মোক বিনষ্ট কৰিলে। মই এবেলি মাথোন মতলিয়া হলোঁ। মই কেৱল আৰু এটা কথ

কঁও, তেতিয়া হলে মোৰ দোষ কৰ্ত্তা পৰম ইশ্বৰৰ আগলৈ জাব লাগে । সেই কথা ডেকা লোক সকলোলৈ কঁও, তোমোলোকে কেতিয়াও! কেতিয়াও! কেতিয়াও! বাগি ধৰা বস্তুক মু চুবা ।

এই কথা কৈ অকস্মাতে কাঁচি গচক ধৰা হৈ অনন্ত পৰলোকলৈ গল । মই এই দুখি মানুহৰ সৰিল মৰনৰ জাতনাত থকা দেখিলো । আকাস প্ৰিথিবি দুইৰো মাজত ধৰা হৈ আছিল, সি দুইতো থাকিবলৈ অজুগুত জেন দেখা গল । এনে ভয়ানক দৰ্সন চাই থাকোঁতে সেই বিহ লগা কটিকা কেতিয়াও মু চুবলৈ কথা বান্ধিলোঁ ।

সেই দিনৰ পৰা ভালেমান বচৰ গল, এতিয়া বুঢ়া হলোঁ, তথাপি সেই ডেকা মানুহৰ সেসৰ কথা মই পাহৰা নাই । মোৰ অঙ্গিকাৰ কেতিয়াও নে ভাঙ্গিলোঁ । জেতিয়া পৰিধাৰ কাৰনে কটিকাৰ বাটি পান কৰিবলৈ মোক দিএ, তেতিয়া সেই ডেকা মানুহৰ মাত মোৰ কানত পৰে, বোলে, কেতিয়াও! কেতিয়াও! কেতিয়াও! বাগি ধৰা বস্তু মু চুবা । ম.

## ডাঙ্গৰ ডিঙ্গিৰে এটা মানুহৰ কথা ।

A capacious Throat.

পিত্ৰিৰ পৰা পোআ ধন, মাটি, বন্দি আদি কৰি সকলোকে বই কৰা এটা মানুহ আছে । সি এবচৰত কটিকা খোআ ১৬০০ টকা সোধালত তাৰ অলপৰ পাচে এদিনা আলি বাটত জাঁওতে এজন বেজক দেখি মাতি আনি কলে, হে বেজ, মোৰ ডিঙ্গিৰ নলিৰ ভিতৰলৈ চোআচোন । বেজে ভালকৈ চাই কলে, মহাচই, মই একো নে দেখোঁ । মানুহটে কলে, তুমি একো নে দেখা নে! এয়ে বৰ আচৰিত । তুমি অনুগ্ৰহ কৰি আৰু এবেলি চোআচোন । বেজে ভালেমান বেলি ডিঙ্গিৰ ভিতৰলৈ আৰুও চাই কলে, স্বৰুপকৈ মহাচই মই একো নে দেখোঁ । মানুহটে কলে, একো নে দেখা নে? ই কি কথা? ২০,০০০ টকা দামৰ এখান খাত, ২০ বন্দি তাৰ ভিতৰলৈ গল । আৰু সেই কথা সঁচা হই; সি স্বৰুপকৈ মাটি বন্দি সকলো গিলিচিল ।

এতিয়া পঢ়োঁতাবিলাকে, বাগি ধৰা বস্তুৰ লাভ দেখিচা । সেই ডেকা মানুহৰ জি সম্পত্তি আচিল, তাৰে সি চহকি মানুহৰ দৰে ন মৰালৈকে থাকিব পাৰিলেহেঁতেন, কিন্তু কটিকাই পাই সকলো খালে, আৰু তাকো নষ্ট কৰিলে । ম.

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

মান দেসৰ পৰা এই বাত্ৰা আহিচে । ৰাংগুন নগৰক ইঙ্গৰাজিএ জাহাজৰ বৰ টোপেৰে মাৰে বুলি নগৰৰ অধিকাৰে সকলো প্ৰজাক নৈ কোসৰৰ পৰা আঁতৰি থাকিবলৈ হুকুম দি নগৰত জুই লগাই দি পুৰিলে । আৰু নৈৰ দাতিত বনুআ কোঁঠ সাজি হিলৈ আদি জুগুত কৰিচে । জানুআৰি ৩১ তাৰিখত গবৰ্ন্নৰ জেনেৰল লৰ্ড চাহাবৰ পত্ৰ লৈ এখান ভাপ জাহাজে ৰাংগুন পালেগৈ । পাচে সেই পত্ৰ অধিকাৰৰ হাতত দিলত তাৰ একো ভাল জবাব নি দিলে । কিন্তু গবৰ্ন্নৰ জেনেৰল লৰ্ড চাহাব আমাৰ পৰা জি ধন পাব খোজে, মই তাৰ তজবিজ কৰিলেহে দিব পাৰোঁ, এনেকৈ হলে নোআৰোঁ, এই কথা লিখি পঠালে । পাচে ইঙ্গৰাজিৰ ভাপ আৰু বনুআ এই দুখন জাহাজ উভতি জাঁওতে কোঁঠৰ পৰা মানে গুলিয়াই এজন মানুহক মাৰিলে । তাতে জাহাজেও বৰ টোপেৰে উভতি গুলিয়াই সিইতৰ কোঁঠবোৰ ভাঙ্গি পেলালে ।

সিন্ধু দেস লোআ কালত আলি মৰাদ নামে খয়ৰপুৰৰ অধিকাৰে কোৰান কিতাপত মাটি দিয়া বাজ পত্ৰ এখান দেখাই গবৰ্নমেন্ত বাহাদুৰৰ পৰা দেসৰ এডোখৰ পালে । কিচু কালৰ পাচে গবৰ্নমেন্তে বাত্ৰা পাইচে, সেই পত্ৰ স্বৰুপ ন হই, কিন্তু সেই অধিকাৰে আগৰ পত্ৰ উলিয়াই কোৰানত এটা নতুন মিচা পত্ৰ সুমাই দিলে । পাচে সেই সকলো কথা দোষ পোচ কৰি তাৰ অনিয়াই কৰমৰ প্ৰমান হলত সেই দেস ডোখৰ তাৰ হাতৰ পৰা নি তাৰ সেই অধিকাৰ বাৰ গুচালে ।



Portrait of Kossuth.--From the Illustrated London News.

কচুত নামে হঙ্গাৰিৰ দেসাধিকাৰে আপোনাৰ দেস স্বতন্ত্ৰ কৰিবৰ নিমিত্তে ১৮৪৮। ৪৯ সঁকত অষ্ট্ৰিয়া আৰু ৰুচিয়াই সৈতে জুধ কৰিলে, কিন্তু জুধত পৰাস্ত হৈ সিইতক খেদাব নোআৰিলে। পাচে তুৰুক দেসত আস্ৰুই লোআত চুলতান বাদস্যাই তেঁওক সত্ৰুৰ পৰা ৰখ্যা কৰিলে; আৰু অষ্ট্ৰিয়া লোকত কলে, মই এবচৰ মান এঁওক তোমোলোকেৰে জুধ ন কৰাকৈ ৰাখিম, পাচে মুকলি কৰি দিম। জেতিয়া বচৰ পুৰ হল, তেতিয়া অষ্ট্ৰিয়াই তেঁওক মাৰিবলৈ বা আৰু বন্দিকৈ ৰাখিবলৈ বৰকৈ জনালে; কিন্তু ইঙ্গৰাজি আৰু আমেৰিকাৰ আলচেৰে বাদস্যাই নে ৰাখি বিদাই দিলে। আৰু তেঁওক নিবলৈ আমেৰিকাৰ অধিকাৰে এখন ৰনুআ ভাপ জাহাজ পঠাই দিলে। পাচে তেঁও লৰা তিৰোতাই সৈতে গৈ বাটত ইঙ্গলণ্ডত সোমাই সকলো মানুহৰ পৰা বৰ মৰ্জতা পালে। পাচে ২০ নবেম্বৰ তাৰিখত ইঙ্গলণ্ডৰ পৰা আমেৰিকালৈ গল। নুয়ৰ্ক নগৰ পালত সকলো লোকে বৰ মৰমেৰে বেৰি ধৰি টোপ মৰা আদি অনেক মৰ্জতাৰে গ্ৰহন কৰিলে। ৰুচিয়া আৰু অষ্ট্ৰিয়াই

জি কঠিন ভাৱেৰে প্ৰজাৰ শাসন কৰে, তাক নগৰে নগৰে তেঁও সকলোৰে আগত বুজাই। কচুতৰ নকচা ওপৰত লিখা আছে।

লুই নাপলিয়ন বোনাপার্ত ফ্ৰাঞ্চৰ মহা ৰজা হবলৈ ইচা কৰি প্ৰথমতে কৌশল, পাচে সকলে প্ৰজাবো তেঁওত ৰাজি বিৰাজিৰ গুটি বুজালে।

| | |
|---|---|
| ৰাজি হল | ৭,৪৩১,২১৬ |
| অৰাজি | ৬৪০,৭৩৭ |
| অসুখকৈ লিখা গুটি | ৩৬,৮২০ |

পচিম ইন্দিয়া মাল্লুলি সমুহলৈ আমাজন নামে এখান ডাঙৰ ভাল জাহাজ ইঙ্গলণ্ডৰ পৰা জাঁওতে সাগৰৰ মাজত জাহাজত জুই লাগি পুৰিলে। তাৰ ১৫০ জন মান মানুহ মৰিল।

আফ্ৰিকাৰ উত্তৰ ভাগে মৰকো দেসৰ লোকে কোনো ফ্ৰাঞ্চি জাহাজ সিইতৰ সিমাত লাগি ভাগি থকা দেখি তাৰ বস্তু লুট কৰিলে। পাচে ফ্ৰাঞ্চিএ সেই বস্তুৰ দাম সিইতৰ অধিকাৰৰ পৰা খোজাত সিইতে নি দিলে; সেই নিমিত্তে ফ্ৰাঞ্চৰ বনুআ জাহাজ ৬ খনে গৈ ২৬ নৱেম্বৰত বম গুলিএৰে সৈতে চালি আৰু ৰাবাত এই দুই নগৰ গুলিয়াই নষ্ট কৰিলে। তাত ফ্ৰাঞ্চি সেনা কেতবিলাক পৰিল, মৰকোৰ অনেক মানুহ মৰিল।

টৰি নামে এখান ইঙ্গৰাজি জাহাজ পিনাঙ্গ নগৰৰ ওচৰত জাঁওতে তাৰ কাপ্তানে কটিকা খাই খাই বলিয়া হৈ গল। পাচে ৮ ডিচেম্বৰত সি আপোনাৰ খোটালিত থকা ১॥ সেৰ মান বাৰুদত জুই লগাই দিলে। তেতিয়া সি জাহাজৰ ওপৰলৈ ওলাই এটাহ পাৰিলে, মই জাহাজ খন বাৰুদেৰে পুৰি পেলালোঁ, ইয়াকে বুলি বলেৰে জাঁপ মাৰি সা ত পৰিল। তেতিয়া কাপ্তানৰ তলৰ বিসয়াহ সকলো মানুহে সৈতে সুমেৰে জুই নুমালে, আৰু নাও পঠাই কাপ্তান চাহাবক পানিৰ পৰা তুলিলত এধা মৰা পালে, এপৰ মান বেলিৰ পাচে মৰিল। এয়ে কটিকাৰ গুন।

ফন নামে জাহাজত জি মানুহে কাপ্তান চাহাবক বধ কৰিলে, সিইতৰ ৪ জনক ফাঁচি দিআ হল।

২৮ ডিচেম্বৰ তাৰিখত খেহ্ দেসৰ হক্কম নগৰত জুই লাগি বহু ঘৰ পুৰিলে। জুই বন্ধ কৰিবৰ নিমিত্তে কোনো চাহাব লোকে কেতখনি ঘৰত খাৰ দি ঘৰ উৰুআবলৈ খৰাত সিবিলাক আপুৰিও মৰিল, আৰু নগৰিয়াবিলাকে কোনো উপায়েৰে সৈতে জুই নিবাৰন কৰিব নোআৰিলে। হানি হল ১৫ লাখ টকা।

☞ ওপৰ ২১ পিঠিত অঙ্কৰ তৃতিয় প্ৰশ্ন গননা কৰাত ভুল হোআ হেতুকে সপ্তম পুৰুসৰ ১৪০ সঁকৰ পৰা ৬ অঙ্ক ২০।২০ কৈ বাৰ্হিচে। সেই সপ্তম পুৰুসৰ সুধ সংখ্যা ২৯৭১৫; অষ্টম পুৰুস ১৭১৩৮, নৱম ৪১৫। সৰ্ব মোটে তিনি ভায়েকৰ বঙ্গহ ৩,৩১,৯৪২।

## মাৰ্চ, অৰ্থাত চতৰ পঞ্জিকা।

Almanac for March, 1852

| মাৰ্চ | ফাগুন | বাৰ | তিথি | দিনমান | মাৰ্চ | চত | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ২ | ১০ | ১১।২৮ | ১৭ | ৫ | ৪ | ২৭ | ১১।৫৫ |
| ২ | ২০ | ৩ | ১১ | ১১।৩২ | ১৮ | ৬ | ৫ | ২৮ | ১১।৫৭ |
| ৩ | ২১ | ৪ | ১২ | ১১।৩৪ | ১৯ | ৭ | ৬ | ২৯ | ১১।৫৯ |
| ৪ | ২২ | ৫ | ১৩ | ১১।৩৫ | ২০ | ৮ | ৭ | ৩০ | ১২।০ |
| ৫ | ২৩ | ৬ | ১৪ | ১১।৩৭ | | | | | |
| ৬ | ২৪ | ৭ | ১৫ | ১১।৩৮ | ২১ | ৯ | ১ | ১ | ১২।১ |
| | | | | | ২২ | ১০ | ২ | ২ | ১২।৩ |
| ৭ | ২৫ | ১ | ১৬ | ১১।৪০ | ২৩ | ১১ | ৩ | ৩ | ১২।৪ |
| ৮ | ২৬ | ২ | ১৭ | ১১।৪১ | ২৪ | ১২ | ৪ | ৪ | ১২।৬ |
| ৯ | ২৭ | ৩ | ১৯ | ১১।৪৩ | ২৫ | ১৩ | ৫ | ৫ | ১২।৮ |
| ১০ | ২৮ | ৪ | ২০ | ১১।৪৪ | ২৬ | ১৪ | ৬ | ৫ | ১২।৯ |
| ১১ | ২৯ | ৫ | ২১ | ১১।৪৬ | ২৭ | ১৫ | ৭ | ৬ | ১২।১১ |
| ১২ | ৩০ | ৬ | ২২ | ১১।৪৭ | | | | | |
| ১৩ | ১ | ৭ | ২৩ | ১১।৪৮ | ২৮ | ১৬ | ১ | ৭ | ১২।১২ |
| | | | | | ২৯ | ১৭ | ২ | ৮ | ১২।১৪ |
| ১৪ | ২ | ১ | ২৪ | ১১।৫০ | ৩০ | ১৮ | ৩ | ৯ | ১২।১৬ |
| ১৫ | ৩ | ২ | ২৫ | ১১।৫২ | ৩১ | ১৯ | ৪ | ১০ | ১২।১৭ |
| ১৬ | ৪ | ৩ | ২৬ | ১১।৫৪ | | | | | |

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৭ বচৰ। মোং সিৱসাগৰ, মাৰ্চ, ১৮৫২। নম্বৰ ৩।

VOL. VII. SIBSAGOR, ASAM, MARCH, 1852. NO. 3.


## মেক্চিকো দেসৰ বিবৰন।

Geography of Mexico

মেকচিকো দেসৰ পুব সিমা মেকচিকো সমুদ্ৰ, পচিম ফালে পাচিফিক সাগৰ, উত্তৰ ফালে আমেৰিকা মিল দেস, দখিন ফালে গুআতিমালা।

মেক্চিকোৰ মাজে দি এসাৰি ওখ পৰ্বত গৈচে; আৰু দেসৰ অধিক ভাগে ৪। ৫,০০০ হাত ওখ হৈ সমান ভৈয়াম ঠাই আচে। গোট গোট পৰ্বত সেই ভৈয়ামৰ মাজত থাকে, তাৰ টিঙ্গবোৰ সদাই হিমেৰে ঢকা হৈচে; ওৰিজাবা, পপকাতপেতল, তলুকা, এই তিনি বঙ্কেনো, অৰ্থাত জুই ওলোআ পৰ্বত।

সেই দেসত দেলনৰ্ত্ত, কলৰাদো, জিলা, আদি নৈ কেতখনি আচে, কিন্তু ডাঙ্গৰ ন হই। দুই তিনি খন সৰোবৰ আচে, সেইবোৰৰ মাজত চাপলা সৰোবৰ ডাঙ্গৰ, তাৰ দিঘে ৬। ৭ স মাইল মান। মেকচিকো ৰাজ নগৰ পৰ্বতেৰে চাৰিও ফালে মেৰোআ আচে; সেই ঠাইত আগেএ এখন বিল আচিল, পাচে তাৰ ওপৰত পিটনি হোআত ওপজি থকা অনেক সুন্দৰ বাৰি কৰিচিলে; ক্ৰমে সকত মাটি হল, কিন্তু নগৰৰ প্ৰায়ে চাৰিও পোনে এতিয়ালৈকে বিলৰ পানি আচে, তাক জম্পাংগো সৰোবৰ বোলে। বিলৰ পানি প্ৰায়ে নগৰে সৈতে সমান ওখ, আপ্লাবিত কৰাৰ ভয়েৰে পানি জাবলৈ এটা বৰ নলা খানিচে। সেই নলা খনাত ১,০০,০০,০০০ একোটি টকা খৰচ হল।

মেকচিকো দেসৰ অতি ওখ ঠাই হলে হিম জাৰেৰে পুৰ, তাত কোনো ভাল সস্য উত্পন ন হই। খলা বমা সকলো বিধ মাটি থকাত প্ৰিথিবিৰ প্ৰাই সকলো বস্তু মেকচিকো দেসত পোআ জাই। সাগৰৰ দাঁতিত মাটি চাপৰ হেতুকে তাত থকা মানুহ সদাই নৰিয়া পৰে। কল, ঘেহু, গোম ধান সৰহকৈ আৰ্জে; কাফি, কপাহ, নিল, এইবিলাককো আৰ্জে। আৰু মাগৈ নামে এবিধ ফুল মেলা ডাঙ্গৰ কেঁয়া গচ বোএ। তাৰ গাত চিৰ দি বচৰি বচৰি প্ৰতি গচে ডেৰ স সেৰ মানকৈ ৰস লই। সেই ৰস খাজুৰৰ নিচিনা, তাক খাবলৈ সোআদ, সকলোএ বহুত খাই। আৰু মানিয়ক নামেৰে এজাতি আলু আচে। কচিনিল নামে ৰঙ্গা ফুট থকা এজাত সনাহি পোক পোহে। তাৰ গা ডোখৰ মানুহৰ গাত লগাই পানি জোলা বঙ্কোআ দৰবৰ নিমিত্তে বেহা বেপাৰ কৰে। আৰু সেই ৰঙ্গা ফুটেৰে কাপৰ বোলোআ এবিধ ৰঙ্গ তৈয়াৰ কৰে।

মেকচিকো দেসত সোন ৰূপ খনা ৩০০০ হেজাৰতকৈ অধিক গাঁত আচে। আগেয়ে প্ৰতি বচৰে ৫,০০,০০,০০০ মান টকা উত্পন হৈচিল; এতিয়া খনা মানুহ তাকৰ, বচৰি ২।৩ কোটি মান পাই। মেকচিকো দেসৰ তিনি বিধ লোক আচে, আদি বাসি, ইস্পানিয়া, আৰু ক্ৰিওল নামে দুইবো মিহলি এজাত। আদিবাসি প্ৰাই ৪০,০০,০০০ হব; ইস্পানিয়া ১০। ১২ লাখ; ক্ৰিওল ২৫ লাখ মান আমেৰিকা দিপত সকলো আদিবাসিৰ মাজত মেকচিকোৰ লোক সভ্য আৰু ডাঙ্গৰ। সোন

ৰূপ আদি অসংখ্য। ইস্পানিয়াই প্ৰথমে সেই দেস সোমাওতে আদিবাসিএ সৈতে ৰন কৰিলে; সিইতৰ হিলৈৰ কেবাৰ নাই, হিলৈৰ মাত সুনি বৰ ভই কৰি পলাই জাই; সেই ৰূপে ইস্পানিয়াই সিইতক বস কৰি সিইতৰ দেস ঐশ্বৰ্জ কাঢ়ি ললে।

ইস্পানিয়াৰ জি সেনাপতিএ প্ৰথমে মেকচিকো পালে, তাৰ নাম কৰ্ত্তেজ। মন্তিজুমা নামে মেকচিকোৰ মহা ৰজাই বগা লোকক দেৱতা বুলি গ্ৰহন কৰিলে; কিন্তু পাচে গুপুতে ৰন জুগুত কৰাত কৰ্ত্তেজে গৈ ৰজাক ধৰি তেঁওৰ মন্ত্ৰি সেনাপতিবিলাকক ৰজাৰ আগ চকুতে জিয়াই জিয়াই পুৰি মাৰিলে। পাচে মন্তিজুমাই তাৰ বস স্বিকাৰ কৰাত তেঁওৰ আপোনাৰ লোকে বেজাৰ পাই ৰজাক মাৰি গতিমজিন নামে তেঁওৰ ভতিজাকক ৰাজ আসন দি আকও ৰন পাতিলে: তিঁনি মাহ মান ৰন কৰাৰ পাচে ১৫২১ সঁকত কৰ্ত্তেজে ৰজাক জিনিলে। পাচে পুতি থোৱা ৰাজ অলঙ্কাৰ দেখুৱাই দিবৰ নিমিত্তে ৰজাক জুইৰ আঙ্গঠাৰ ওপৰত সুউৱাই সাস্তি কৰি ক্ৰমে মাৰিলে। ৰজা আৰু ৰাজ মন্ত্ৰিও আঙ্গঠাৰ ওপৰত থাকোঁতে ৰাজ মন্ত্ৰিৰ সাহ গুচি কান্দি কান্দি ৰজাত কলে, মই সহিব নোৱাৰোঁ, বৰ দুখ পাইচোঁ। তেতিয়া ৰজাই উত্তৰ দিলে, মই নো গোলাপ ফুলৰ খাটত সুইচোঁ নে?

মেকচিকো নগৰত জি পুৰনি দেও মূৰ্ত্তিৰ আগত আদিবাসিএ নৰবলি দিএ, সেই সকলোকে নষ্ট কৰি মন্দিৰবোৰত মাৰিয়ামৰ মূৰ্ত্তি সাজি থলে, আৰু ৰমিয়া ধৰমেৰে প্ৰবৰ্ত্তিবলৈ সকলোকে আগ্যা দিলে। এতিয়ালৈকে মেকচিকো দেসত সেই ধৰম থাপন কৰা আছে, কিন্তু ৰূপকৈ সিইতৰ কেৰে ধৰম ন প্ৰবৰ্ত্তে।

চলুলা নগৰত থকা পকি দেলানত জি ৰূপে ৩০,০০০ নৰবলি কাটিচিল, তাৰ কথা ১৮৪৭ সঁকৰ অৰুনোদই ৫৮ পিঠিত লিখা আছে। দেলানৰ ওখই ১১৮, বহলে ১১৮২ হাত।

মেকচিকোৰ কিবা পুৰনি নক্সা আৰু বুৰঞ্জি আচিল; সিইতৰ মতেৰে প্ৰথমে বাইকসৰ জুগ আচিল ৫২০৬ বচৰ, অগ্নিৰ জুগ ৪৮০৪; বায়ুৰ জুগ ৪০১০, জলৰ জুগ ৪০০৮ বচৰ। সেই সকলো কথা পুৰনি গপ, কিন্তু জি পণ্ডিতে সিইতৰ কথা বিচাৰ কৰে, সিবিলাকে বোলে, ৫৪৪ ইং সঁকত তলতেক জাতিএ উত্তৰ কালৰ পৰা আহি মেকচিকো দেসত ১০৫১ সঁকলৈকে ৰাজ ভোগ কৰিলে। পাচে ১১৭৮ সঁকত আজতেক জাতি আহি তেনচতিতলান অৰ্থাত মেকচিকো নগৰ পাতি থলে। ইস্পানিয়া অহা কাললৈকে সেই জাতিএ ৰাজ ভোগ কৰিলে। ১৫২১ সঁকত কৰ্ত্তেজ সেনাপতিএ সেই নগৰ জুধ কৰাত অসংখ্য মানুহ মৰিল। পাচে ৩০০ বচৰলৈকে সেই দেস ইস্পানিয়া ৰজাৰ তল হৈছিল; ১৮২৩ সঁকৰ পৰা মেকচিকো দেস স্বতন্ত্ৰ হৈছে। দেসাধিকাৰ হবলৈ প্ৰেচিদন্ত পাতি পাতি থাকে, কিন্তু ৰাজ্য থিৰ হোৱা নাই। ৰাজ কন্দিয়া, ডকাইত, এনেকুৱা অনেক আছে। প্ৰজা অধিক ভাগৰ গিয়ান বিদ্যা নাই।

মেকচিকো নগৰত থকা লোক প্ৰাই ১,৫০,০০০। পাচিফিক সাগৰৰ দাঁতিত আকাপল্কো নগৰ আছে; তাৰ ঘুলি জাহাজ থাকিবলৈ অতি সুন্দৰ; চাৰিও কালে সিলৰ পৰ্বতে বেৰি আছে। লাপোএবলা নগৰৰ ৪০,০০০ নিবাসি আছে। আটলান্তিকৰ দাঁতিত বেৰাক্ৰুচ, আলবেৰাদো, তাম্পিকো, এইবিলাক নগৰ আছে। বেৰাক্ৰুচ আৰু মেকচিকোৰ মাজত ওখ ভুমিত জালাপা নগৰ আছে; বাৰিখাত অনেক মানুহে তালৈ গৈ কাল নিয়াই; তাত মানুহৰ জৰ নৰিয়া প্ৰায়ে নাই। ।



নুকতলতৰ বালিত থকা কন মাচ।



Assyrian Hercules and Human-headed Bull, from the Illustrated London News.

## নিনিবি পুৰনি নগৰত পোআ মূৰ্ত্তি।

Discovery of Antiquities at Nimroud.

১৮৪০ সঁকত বতা নামে এজন ফ্ৰাঙ্কি চাহাবে আচুৰিয়া দেসত থাকি পুৰনি নিনিবি নগৰৰ ওচৰত ইটা সিল আদি আগৰ বস্তু পাই মাটি খানিবলৈ ধৰিলে। খানোতে বহু সিলৰ মূৰ্ত্তি ওলাল; ১৮৪৬ সঁকত এনে বৰ বৰ কেতথনি মূৰ্ত্তি পাৰি নগৰলৈ পঠালে। তাৰ মাজত মানুহৰ দৰে মুখ আৰু ডেউকা থকা সিংহ এটা, গৰু এটা পালে। আৰু



Turbaned Head, from the Nimroud Marbles

আৰু লেয়ৰ্দ নামে এজন ইংৰাজি চাহাবে সেই ঠাইতে ৫।৬ বচৰ মান থাকি ইংলণ্ডলৈ অনেক মুৰ্ত্তি পঠাইচে। সেইবিলাকৰ মাজত সিলত কাটি থোৱা কোনোবা ৰজাৰ মুৰ পাইচে, তাকো ইয়াত লিখিচোঁ।

মানুহে বোলে, এই ঠাইৰ ওচৰত নিমৰোদ নামে এটা পুৰনি নগৰ আছিল; সাস্ত্ৰত জি নিম্ৰোদৰ নাম ওলাই, আন্দাজে তেঁৱে সেই নগৰ পাতিলে। আচুৰিয়া আৰু বাবেল দেসৰ ৰাজ খানি অনেক পুৰুসৰ্ণেকে সেই ঠাইৰ ওচৰত আছিল; পুৰনি ইটা সকলৰ ওপৰত ৰজাবিলাকৰ নাম লিখা আছে।

এহাতে সিংহ ধৰা, এহাতে সাপ লোৱা, এনে দিঘল ডাঁৰিএৰে মানুহৰ মুৰ্ত্তিও পালে। সেই মুৰ্ত্তি সি পিঠিত লিখা আছে, তাক সিলৰ গৰ এডোখৰত সজা হৈচে। গৰৰ পাচ ফালে মানুহ মুখিয়া গৰু আছে, নকচাত তাৰ আগ ডোখৰ মাথোন দেখা জাই; গৰৰ সি ফালৰ পৰা চালে গোটাইটো দেখে। সিংহ লোৱা মানুহৰ ওচৰত চৰাই ঠোঁটেৰে এক দেৱতাৰ মুৰ্ত্তি, আৰু আন এটা মুৰ্ত্তিও আছে। আৰু পিতলৰ সিংহৰো মুৰ্ত্তি পাইচে, তাৰ পিঠিত চক্ৰৰ নিচিনা সজা আছে, তাৰে বুজা হই, সি কিহবাৰ জোখ। আৰু দুই মুৰে গৰুৰ মুখ লগোৱা এডাল খাৰু পাইচে।



Bronze Lion.

এই দেসত মধ্যে মধ্যে ৰাতি কোনো ঠাইত, বুপাও বুপাও সবদ কৰে, তাকে আমাৰ মানুহে পাঁও কৰা ওলাইচে বুলি, তাতে বৰ ভই কৰে। সেই পাঁও কৰাক পিসাচ বুলি প্ৰায়ে মানুহে কই। কিন্তু মিচা, মই এদিন জোনাক ৰাতি আলহি হৈ লোকৰ গোসাঁই ঘৰৰ মুকলি টুপত সুই সাৰে থকাত গাৰ ওচৰতেই সেই পাঁও কৰা সবদ কৰিলে; পাচে মই চাই হেঁপাৰ নিচিনা ৰঙা এটা জন্তুহে দেখিলোঁ। পিসাচ ন হই, সেই দিনাৰ পৰা পাঁও কৰা হেঁপাহে, এই কথা ঠিক জানি পিসাচৰ ভই গুচিল। ধে.



Bracelet of Bronze.

## জাত্রিকৰ জাত্রা; ৫ অধ্যায়।

The Pilgrim's Progress, Chapter 5.

এই ৰূপে খ্রিষ্টিয়ানে আপোনাৰ এইৰূপ চিন্তি বিলাপ কৰি গৈ গৈ, অকস্মিতে মুৰ দাঙি চাই বাটৰ কাষৰত থকা সুন্দৰ নামে মনোহৰ এটা বৰ ওখ ৰাজ মন্দিৰ দেখিলে।

তেতিয়া মই সপোনত দেখিলোঁ, সি তাত ৰাতি থাকিবৰ আশাৰে তালৈ পোনাই বৰ বেগেৰে জাবলৈ ধৰিলে; কিন্তু অলপ মান গৈ দুঅৰিৰ পজাৰ পৰা দু কুৰি টাৰ মানৰ আঁতৰ হৈ বৰ ঠেক বাটত সোমাল। তাতে ভালকৈ চাই চাই গৈ বাটতে দুটা সিংহ থকা দেখিলে। তেতিয়া সি মনতে বুলিলে, সঙ্কাকুল আৰু ভয়াতুৰে জি সঙ্কটত পৰি উলটি গল, তাক এতিয়াহে দেখিচোঁ। সেই সিংহ হলে সিকলিৰে বন্ধা আছিল, কিন্তু খ্রিষ্টিয়ানে সিকলি নে দেখিলে; এই হেতুকে আপোনাৰ আগত কেৱল মৃত্যু থকা বুজি ভই পাই, সিংহতৰ পাচে মৱো উলটি জাম বুলি ভাবিলে। কিন্তু পৰিয়া নামে পজাত থকা জি দুঅৰি, সি খ্রিষ্টিয়ানক পাচ হুহকি জাবলৈ ধৰাৰ দৰে থমকি ৰোৱা দেখি, তাত ৰিঙ্গিয়াই কলে, হেৰা, বাটৰুৱা, তোমাৰ সাহ এইমান নির্বলি হৈচে নে? সিংহলৈ ভই ন কৰিবা; সিকলিৰে বন্ধা আচে। বিস্বাসিৰ বিস্বাস পৰিখা কৰিবৰ নিমিত্তে, আৰু অবিস্বাসিৰ অবিস্বাসো প্রকাস কৰিবৰ নিমিত্তে তাতে থোৱা হৈছে। বাটৰ মাজে দি চলি আঁহা, তেহে তোমাৰ একো আপদ ন হব।

তাতে মই চাই দেখিলোঁ, খ্রিষ্টিয়ানে সিংহত ভয়েৰে কঁপি কঁপি দুঅৰিৰ কথাত মন দি সাৱধানে জোআত সিঁহতৰ গোজৰনি মাথোন সুনিলে, একো বিঘিনি নে পালে। তাতে সি আনন্দেৰে হাতত চাপৰ মাৰি গৈ, দুঅৰি থকা দুআৰ পাই তাৰ আগত থিয় হৈ দুঅৰিত সুধিলে, হে আতা, এই কি ঘৰ? আজি ৰাতি ইয়াত থাকিব পাৰিম নে? তাতে দুঅৰিএ কলে, এই ঘৰ পর্বতৰ অধিকাৰে সাজিলে; জাত্রিকৰ হিত উপকাৰৰ নিমিত্তেহে সজা হৈচে। আৰু তুমি কৰ পৰা আহিলা, কলৈ বা জোআ, ইয়াকে দুঅৰিএ সুধিলে।

খ্রিষ্টিয়ান। মই বিনাস নগৰৰ পৰা আহি চিওন পর্বতলৈ জাত্রা কৰিচোঁ: কিন্তু বেলি মাৰ জোআ দেখি, ঠাই পালে ৰাতি ইয়াত থাকিব খোজোঁ।

দুঅৰি। তোমাৰ নাম বা কি?

খ্রিষ্টিয়ান। মোৰ নাম এতিয়া হলে খ্রিষ্টিয়ান; কিন্তু আগেয়ে অনুগ্রহ-হিন আছিল। জি য়াফেতৰ সন্তান ইস্বৰে সেমৰ তাম্বুত নিবাস কৰাব, সেই য়াফেতৰ বংসহ হৈচোঁ।

দুঅৰি। কিন্তু বেলি মাৰ জোআত দে আহিচা, এনে পলম কৰাৰ কাৰন কি?

খ্রিষ্টিয়ান। হাই হাই, দুর্ভগিয়া মানুহ জি মই, পর্বতৰ চালত সৌ খিতে থকা ঘোপ ঘৰত মই টোপনিয়াই ন থকা হলে, ভালে মানৰ আগেয়ে পালোঁহেঁতেন। তেও প্রমানৰ মুৰা নে হেৰোআ হলে টোপনিওআতো সোনকালে পালোঁহিহেঁতেন। তাক হেৰোআ নে জানি পর্বতৰ মুৰলৈকে আহিলোঁ, তেতিয়া তাক বিচাৰি নে পাই মনস্ত বৰ অসন্তোসেৰে টোপনিওআ ঠাইলৈ উলটি জাব লাগিল; পাচে তাক পাই সেসত আহিলোঁ।

দুঅৰি। ৰাৰু, এই ঠাইৰ এজনি কন্যা মাতি আনিম, তেঁও জদি তোমাৰ কথাত ভাল পাই, তেন্তে ঘৰৰ বেৱহাৰৰ দৰে আপোনাৰ পৰিয়ালক দেখাই দিব। তেতিয়া পৰিয়া দুঅৰিএ ঘণ্টা মাৰিলত তাৰ সবদ সুনি সুবিবেকি নামেৰে গহিন সুন্দৰ চোআলি এজনি ঘৰৰ দুআৰে ওলাই, মোক কেলেই মাতিলা বুলি সুধিলে।

দুঅৰিএ কলে, এই জন মানুহ বিনাস নগৰৰ পৰা চিওন পর্বতলৈ জাত্রা কৰিচে, কিন্তু ভাগৰুৱা আৰু ৰাতিএ পোআ হৈ ইয়াতে থাকিব খোজে। এই হেতুকে তোমাকে মাতিম বুলি কলোঁ; তাৰে সৈতে তুমি কথা বাত্রা হৈ ঘৰৰ মন্তুৰ মতে জেনে উচিত দেখা, তাকে কৰিব পাৰা।

পাচে চোআলিএ, তুমি কৰ পৰা আহিচা কলৈ জোআ বুলি সোধাত, সি তাকে কলে। আৰু তুমি এই পথত কেনেকৈ সোমালা বুলি

সোধাত তাকো কলে। তেতিয়া তেঁও সুধিলে, বাটত কি কি দেখিলা, কাৰ লগ পাইছিলা? সেসত তোমাৰ কি নাম বুলি সুধিলত সি কলে, মোৰ নাও খ্রিষ্টিয়ান; আৰু আত্ৰিকৰ হিত উপকাৰৰ নিমিত্তে পৰ্বতৰ অধিকাৰে এই ঘৰ সজা হোআ জানি, ইয়াত ৰাতিটো থাকিবলৈ মোৰ বৰ ইচা আচে। তাতে তেঁও মৰমত মিটিকিয়ায়ো চকুৰ লো উলিয়াব খুজিলে। তেতিয়া একেবিমান বৈ তেঁও বুলিলে, পৰিয়ালৰ আৰু জনি দেউক মাতি আনোঁগে। পাচে তেঁও দুআৰ মুখে বেগে সোমাই, সুবুধি, ধৰ্ম্মিষ্ঠা, প্ৰিতিকাৰি, এই তিনি জনি মাতি আনিলত সিবিলাকে খ্রিষ্টিয়ানে সৈতে অলপমান কথা হৈ ভিতৰৰ পৰিয়ালৰ মাজলৈ নিলে। দুআৰ তলিৰ কোনৰলৈ ঘৰৰ সকলোএ আগ বাঢ়ি আহি তাক বুলিলে, হেৰা প্ৰভুৰ আসিৰ্বাদ পোআ, তুমি ভিতৰলৈ আঁহা; এনে আত্ৰিক আলহি পুহিবৰ নিমিত্তেহে পৰ্বতৰ অধিকাৰৰ আগ্যাৰে এই ঘৰ সজা হৈচে। তাতে সি মূৰ দোঁআই সিবিলাকৰ পাচে পাচে ঘৰৰ ভিতৰলৈ গল। এই ৰূপে ভিতৰ সোমাই বহিলত কন্যাবিলাকে তাক জল পান কৰাই, ভোজ যুগুত ন হই মানে আমাৰ দুই এক জনিএ খ্রিষ্টিয়ানৰ লগত হিত উপদেসেৰে কাল নিয়াবলৈ আলচ কৰি, ধৰ্ম্মিষ্ঠা, সুবুধি, প্ৰিতিকাৰি, এই তিনি জনিক কথা হবলৈ থলে। পাচে এই ৰূপে কথা আৰম্ভন কৰিলে।

ধৰ্ম্মিষ্ঠা। আঁহা, প্ৰিয় খ্রিষ্টিয়ান, আমি আজি ৰাতি তোমাক বৰ মৰমেৰে আমাৰ ঘৰত ৰাখিচোঁ দেখি, আমাৰ হিত হবৰ নিমিত্তে জাত্ৰাত তোমাৰ জি সকলো কথা ঘটিল, তাক কোআ শুই কৰাচোন।

খ্রিষ্টিয়ান। তাতে মোৰ বৰ ইচা; তোমাৰ এনে মতি হোআত মই বৰ ভাল পাঁও।

ধৰ্ম্মিষ্ঠা। জাত্ৰাত আমুসৰ কাল নিয়াবলৈ প্ৰথমতে কিহে তোমাৰ এনে মন কৰিলে?

খ্রিষ্টিয়ান। মোৰ কানত পৰা এটা ভয়ঙ্কৰ সবদেই মোক জনম ভূমিৰ পৰা খেদালে! সেই সবদে কলে, ভই এই ঠাইত জদি থাক, তেন্তে অৱস্যে তোৰ সৰ্বনাস হব।

ধৰ্ম্মিষ্ঠা। কিন্তু সেই দেস এৰি কি দৈবেৰে এই পথলৈ আহিলা?

খ্রিষ্টিয়ান। ইস্বৰৰ ইচাৰেহে হই; বিনাস ভয়ত থাকোঁতে কলৈকো জাম বুলি নে জানিলোঁ; কিন্তু কঁপি কঁপি কান্দি থকাত দৈৱ-জোগে উপদেসক নামে এজন মোৰ ওচৰলৈ আহি সৰু দুআৰৰ পথে জাব দিলে; তেঁও নে দেখুউআ হলে কেতিয়াও নে পালোঁহেতেন; সেই পথ পাই এই ঘৰলৈ পোনাই আহিলোঁ।

ধৰ্ম্মিষ্ঠা। তেনে হলে তুমি অৰ্থ-দায়কৰ ঘৰৰ ওচৰে দি নাহিলা নে?

খ্রিষ্টিয়ান। হই আহিলোঁ, আৰু তাত জি জি কথা দেখিলোঁ, সেইবোৰ কথা মৰিবৰ দিনলৈকে মোৰ মনত লাগি থাকিব। সেই কথাৰ মাজত এই তিনটা বিসেস, চইতানে বিৰোধ কৰাতো খ্রিষ্টে কি ৰূপে মনৰ ভিতৰত আপোনাৰ অনুগ্ৰহৰ কৰম সিধি কৰিচে; এজন মানুহে ইস্বৰৰ অনুগ্ৰহলৈ আসা কৰিব নোঅৰালৈকে কি ৰূপে পাপ কৰিলে; আৰু জি জনে সপোনত ইস্বৰৰ মহা সোধৰ দিন আহিল বুলি জানিলে, এইবিলাক কথা মোৰ মনত বৰকৈ বল।

ধৰ্ম্মিষ্ঠা। তেনে হলে সেই মানুহে কোআ সপোনৰ কথা সুনিলা নে?

খ্রিষ্টিয়ান। এৰা, সুনিলোঁ, সি বৰ ভয়ঙ্কৰ কথা। তাকে কোআত মোৰ বিদই বিদাৰিলে, তেও তাক সুনাত মোৰ হিত বুলি জানিচোঁ।

ধৰ্ম্মিষ্ঠা। অৰ্থ-দায়কৰ ঘৰত অকল ইয়াকে দেখিলা নে?

খ্রিষ্টিয়ান। ন হই, তাত ৰাজে গৰাকিএ মোৰ হাতত ধৰি এটা বৰ সুন্দৰ ৰাজ ঘৰ দেখুআলে; তাৰ ভিতৰৰ লোক সোনোআলি বস্ত্ৰ পিন্ধা হৈছিল; ক্ৰমে চাই থাকোঁতে এজন সাহিয়াল মানুহ আহি দুআৰ ভেটি থকা অস্ত্ৰ লোআ ৰখিয়াবোৰক আক্ৰমন কৰি ঘৈয়াই কাটি সোমাই গল, আৰু ভিতৰত থকাবিলাকেও আঁহা, আঁহা, অনন্ত সুখৰ ভাগি হবা,

বুলি তাত কলে। এইবিলাক কথা দেখা সুনাত মোৰ মন ৰৰকৈ মুহিলে, তাতে মোৰ আৰু বাট জাব ন লগা হলে, বাৰেও মাহ সেই উত্তম লোকৰ ঘৰত থাকিলোঁহেঁতেন।

ধৰ্ম্মিষ্ঠা। তাৰ পাচে বাটত কিবা দেখিলা নে?

খ্রিষ্টিয়ান। কি দেখিলোঁ তাক কওঁ, সুনা। সেই ঠাইৰ পৰা অলপ গলত মনেৰে দেখাৰ দৰে গাৰ তেজ বোআ একজনক গচত আৰি থোআ দেখিলো; তেঁওক দেখা মাত্ৰকে পিঠিৰ ওপৰৰ জি বোজাৰে কেঁকাই আচিলো, সেই বোজা একে বেলিএ খহি পৰিল। সেই কথা মোলৈ বৰ আচৰিত, আৰু আগেয়ে তাৰ নিচিনা কেতিয়াও নে দেখিলোঁ। এনে সময়ত ওপৰলৈ চাই আচিলোঁ, কিয়নো ওপৰলৈ চাই নে থাকি নোআৰিলোঁ; তেতিয়াই তিনি জন প্ৰকাসি লোক মোৰ ওচৰলৈ আহিল; সিবিলাকৰ একজনে মোত কলে, তোমাৰ পাপ খেমা হল; একজনে মোৰ ফটা কাপৰ গুচাই এই জি বুটা দিয়া চোলা তুমি দেখিচা, তাক মোক দিলে; ত্ৰিতিয় জনে মোৰ কঁপালত জি চিন দেখা তাক লগাই, এই চাব মৰা পুথিৰ মুৰা হাতত দিলে; এই কথা কৈ খ্রিষ্টিয়ানে বুকুৰ পৰা মুৰাটো উলিয়াই দেখালে।

ধৰ্ম্মিষ্ঠা। কিন্তু এইবিলাকত বাজে আৰু আন নে দেখিলা নে?

খ্রিষ্টিয়ান। দেখা পোআবিলাকৰ মাজত জি কলোঁ, এয়ে প্ৰধান, কিন্তু আন আন কথাও কিচু দেখিলোঁ। অবিবেচক, এলেহুআ, কুসাহিয়াল, এই তিনি জনক ভৰিত লোআৰে মই অহা বাটৰ কিচু আঁতৰতে টোপনিয়াই থকা দেখিলো; মই সিইঁতক জগাব পৰা সক্তি আচে, এনে ভাবিচা নে? সিইঁতৰ বাহিৰে কৰ্ম্মাচাৰি আৰু কপটিয়া, এই দুজনক গৰৰ ওপৰে দি বগাই উঠি আহিবৰ দেখিলোঁ; আমি চিওন পৰ্বততৈ জাত্ৰা কৰিচোঁ বুলি কই, কিন্তু সিইঁতৰ বেগতে বিনাস হল; মই আপুনিও সিইঁতত তাক কলো, কিন্তু ন পতিয়ালে। আৰু মই জি জি কৰম কঠিন পালোঁ, আটাই-যে মাজত এই পৰ্ব্বতত উঠা, আৰু সিংহৰ মুখৰ ওপৰে দি অহা, এই দুই কৰমহে টান; দুআৰত থকা সেই উত্তম দুঅৰি নো হোআ হলে, কি জানি সেসতেই উলটি গলোঁহেঁতেন; এতিয়া এই ঠাই পালোঁ দেখি ইস্বৰক স্তুতি কৰোঁ; আৰু ইয়াত মোক গ্ৰহন কৰা হেতুকে তোমালো বৰ উপকাৰ জানিচোঁ। ।

## জলপ্লাবন।

Lesson IV.—The Deluge.

কইনৰ আৰু চেতৰ ভালেমান সতি সন্ততি আচিল।

পাচে আদম আৰু হাবা মৰিল, কইন মৰিল, চেতো মৰিল, তথাপি প্ৰিথিবিত বহু মানুহ থাকিল। তেতিয়াৰ মানুহবিলাক ভাল নে বেয়া?

প্ৰথমতে কেতবিলাক ভাল হৈচিল, কিন্তু সেসতে সিইঁত আটাই দুষ্ট হৈ গল; জাৰ লগত ইস্বৰৰ আত্মা আচিল। কেৱল এটা মানুহ থাকিল তাৰ নাম নোহা।

পাপি মানুহবিলাকৰ ওপৰত ইস্বৰৰ ক্ৰোধ অতিসাই বাঢ়িল, তেঁও সিইঁতক সাস্তি দিবলৈ মন কৰিলে।

নোহাক ইস্বৰে কলে, বোলে, "মই ইমান বৰধুন অনাম, জেন তোমাক আৰু তোমাৰ তিৰোতা আৰু তোমাৰ সন্তানবিলাকৰ বাহিৰে আন আটাই মানুহবিলাক পানিত ডুবাই সংহাৰ কৰিম।"

তেতিয়া ইস্বৰে নোহাক এখান ডাঙৰ জাহাজ সাজিবলৈ দিলে।

জাহাজ নো কি বোলে? এখান বৰ নাৱৰ নিচিনা। জেতিয়া ইস্বৰে দুষ্ট মানুহবিলাকক ডুবাই মাৰিব, তেতিয়া জি পানিৰ ওপৰত উটি ফুৰিব, এনে এখান বৰ জাহাজ নোহাই সাজিলে।

নোহাই কাচেৰে সেই বৰ জাহাজ সাজিলে। সি ভালেমান গচ কাটি পাট কালি পাচে জোৰা লগাই তাৰে জাহাজ সাজিলে। জাহাজত এখান দুআৰ ৰাখিলে, আৰু ওপৰে দি এখন সৰু খিলিকিও সাজিলে।

ঈশ্বৰে জগতক পানিৰে তল নিয়াৰ, ইয়াকে নোহাই মানুহবিলাকত কলে, আৰু সিইঁতৰ কুকৰ্ম্মৰ পৰা উলটিবলৈ বুধি দিলে।

কিন্তু সিইঁতে তালৈ মন নি দিলে, কেৱল খোৱা পিয়া কৰাতে দিন নিয়াই ঈশ্বৰক নি চিন্তিলে, আৰু তেঁওক সন্তোষ কৰিবলৈকো উপাই ন কৰিলে।

সকলো পহু, চৰাই, পোকবিলাক পানিত মৰিবলৈ ঈশ্বৰে ইচা নাচিল; এই কাৰণে সকলো জাতৰ পহু, চৰাই, পোক, এজোৰ এজোৰ জাহাজলৈ নিবলৈ তেঁও নোহাক আগ্যা দিলে। এই সকলো জন্তুবিলাক আপোনা আপুনি জাহাজৰ ভিতৰলৈ জোৱা ঈশ্বৰে কৰাব পাৰে। নোহাই খাব, গচৰ গুটি, ঘাঁহ আদি কৰি আহাৰ সিইঁতৰ কাৰণে জাহাজত থলেনি। কুপৌ, কাউৰি, সগুন, মৰচিৰিকা আদি কৰি সকলো বেলেগ বেলেগ জাতৰ চৰাই নোহাই ললে, আৰু সিইঁতে খিলিকি দুৱাৰে দি জাহাজৰ ভিতৰলৈ সোমাল। মেৰ চাগ, ঘোঁৰা, কুকুৰ আদি সকলো জাতৰ পহুবিলাকো আৰু পখিলা, মৌ মাখি, পৰুআ পিপৰা আদি সকলো জাতৰ পোকবিলাকো তেঁৱে ললে।

এই সকলো জাহাজৰ ভিতৰ সোমাল, কিয়নো সিইঁতক ঈশ্বৰে জাতি আৰু আগ্যা মনা কৰিলে। তেতিয়া নোহা, তেঁওৰ তিৰোতা, তিনি পুত্ৰ, আৰু সিইঁতৰ তিৰোতাবিলাক জাহাজৰ ভিতৰলৈ সোমাল। কিমান মানুহ জাহাজৰ ভিতৰ হল? আঠোটা। নোহাই দুৱাৰ নে মাৰিলে, কিন্তু ঈশ্বৰে মাৰিলে; ঈশ্বৰে আগ্যা নি দিএ মানে দুৱাৰ নে মেলিবলৈ নোহাই জানিলে।

তেতিয়া বৰষুন দিবলৈ ধৰিলে। দিনে ৰাতিএ বৰষিলে। এতিয়া দুষ্ট মানুহবিলাকে কি ভাবিচে? সিইঁতে নোহাৰ কথা মানিবলৈ কিমান ইচা কৰিছিলে! জদি সিইঁতে গচৰ ওপৰত উঠে, লগতে পানিএ গচৰ মূৰ পাইগৈ। জদি মেঘৰ সমান ওখ পৰ্ব্বতত উঠে, লগতে পানিএ তাৰ ওপৰ হই, কিয়নো দু কুৰি দিন দু কুৰি ৰাতি বৰষিলে। আৰু মহা সাগৰৰ ভুমুকবিলাক ভাগি গল, আকাসৰ মেঘৰ দুৱাৰো মুকলি হল। জাহাজত থকাবিলাকৰ বাহিৰে সকলো জন্তু, চৰাই, মানুহ, সবা মৰিল।

সেসতে পানিৰ বাহিৰে একো দেখিবলৈ নাই কিয়া হল। কেৱল জাহাজ খন মাথোন পানিৰ ওপৰত উটিচে। কিমান দিন নোহাই জাহাজত থাকিলে? প্ৰাই পুৰা এবচৰ।

বৰষুন এৰাৰ ভালেমান দিনৰ পাচে পানি সুকাল নে নাই সুকুৱা, ইয়াকে নোহাই জানিবলৈ ইচা কৰিলে। তেঁও চৰাইবিলাকৰ মাজৰ পৰা কাউৰি এটা বাচি লৈ খিলিকি দুৱাৰে দি জাহাজৰ বাহিৰ কৰিলে; কাউৰি অজাতি হোৱা হেতুকে জাহাজত থাকিবলৈ ভাল নে পাই; পানিৰ বাহিৰে একো গচ দেখিবলৈ নাই কিয়া হলতো নোহাৰ ওচৰলৈ আকও উভতি ন গল, কিন্তু ৰাতিএ দিনে পানিৰ ওপৰত ফুৰি থাকিল।

কাউৰি উভতি আহিবৰ নে দেখি নোহাই আকও চৰাইবিলাকৰ পৰা কুপৌক বাচি লৈ পঠাই দিলে, কুপৌ হলে বৰ জাতি। জেতিয়া নোহাই তাক বাহিৰ কৰিলে, সি পানিৰ বাহিৰে একো নে দেখি উভতি আহিল। জেতিয়া তাৰ চৰাই আহিল, নোহাই জানিলে আৰু তেঁও হাত মেলি তাক ভিতৰলৈ আনিলে।

নোহাই আৰু সাত দিন থাকি আকও কুপৌক পঠাই দিলে। এই বেলি হলে কুপৌএ কেতবিলাক গচ ওলোৱা দেখিলে; তেও নে থাকি গচৰ পাত লৈ নোহাৰ ওচৰলৈ উভতি আহিল। নোহাই তাৰ সৰু কুপৌটিক মৰম কৰিব পাই।

নোহাই আৰু সাত দিন বাট চাই তাৰ কুপৌক পঠাই দিলে, এই বেলি হলে সি উভতি নাহিল। তেতিয়া প্ৰিথিবিৰ পানি সুকাল বুলি নোহাই জানিলে, কিন্তু ঈশ্বৰৰ আগ্যা নো পোৱা মানে জাহাজৰ পৰা নোলাল।

সেসত ঈশ্বৰে কলে, তুমি আৰু তোমাৰ তিৰোতা, তোমাৰ পুত্ৰ আৰু সিইঁতৰ তিৰোতাবিলাক, চৰাই, পহু আৰু পোক পৰুআবিলাক জাহাজৰ পৰা বাহিৰ ওলা।

দুআৰ মুকলি কৰা হলত পহুবিলাক বাজলৈ ওলালে, মেৰ চাগবিলাকে আৰুও কোমল ঘাঁহৰ ওপৰত পৰি থাকিবলৈ আৰু চাগলিবিলাকে ওখ পৰ্ব্বতত জঁপিয়াই ফুৰিবলৈ কিমান ভাল পালে!

আৰু খিলিকি দুআৰ মুকলি কৰা হলত, চৰাইবিলাকে উৰি গৈ গচ গচনিৰ মাজত উৰি ফুৰিবলৈ কিমান ভাল পাইচিলে!

নোহাই আকও কেঁচা ৰৰনিয়া পৰ্ব্বত পথাৰ-বিলাক দেখিবলৈ পালে। কিন্তু দুষ্ট মানুহ-বিলাক কত? তেঁও সিইতৰ মুখ কেতিয়াও আৰু নে দেখে। জলপ্লাৱনৰ পৰা উধাৰ কৰা জি ইশ্বৰৰ অনুগ্ৰহ, তাকে সুঅঁৰিলে।

তেঁও হোমৰ ভেঁটিৰ কাৰনে সিল এদম গো-টালে; আৰু চৰাই পহু আনি ইশ্বৰলৈ উচ-ৰগিলে, তাতে ইশ্বৰে সন্তোস হল।

তেতিয়া ইশ্বৰে নোহালৈ বৰ দায়া হৈ অঙ্গি-কাৰ কৰিলে, বোলে, মই আৰু প্ৰিথিৱিক কে-তিয়াও ভল নি নিয়াঁও। জেতিয়া ৰৰখুন আনে, জলপ্লাবন হৰ বুলি নে ভাবিবা। ৰৰখুন অনাৰ পাচে আকাসৰ্ত চোৱা, তুমি ধেনু দেখিবা, মোৰ অঙ্গিকাৰ সোঁঅৰাৰ চিন সেয়ে হৰ।

প্ৰিয় লৰাইত, তোমোলাকে কাম ৰৰনিয়া ধেনু দেখিলা নে? কেনে ভাঙ্গৰ, কেনে সুন্দৰ ৰৰন! আকও জলাপ্লাৱন ন কৰিবলৈ জি ইশ্বৰৰ অঙ্গি-কাৰ, তাক আমাৰ মনত সেয়ে সোঅৰাই।

জি কাৰনে ইশ্বৰে এই অঙ্গিকাৰ কৰিলে, তাক তুমি জানা। প্ৰভু য়িচু পাপৰ কাৰনে মৰিব বুলি তেঁও সেই অঙ্গিকাৰ কৰিলে। পা-চে প্ৰভু নামি আহিল আৰু মৰিল; এদিনা আকও আহিৰ, তেতিয়া হলে প্ৰিথিৱি গোটেই-খন পুৰিব। তেতিয়া নোহাৰ নিচিনাকৈ আ-মাকো উধাৰ কৰিব বুলি ইচা কৰিচোঁ; কিন্তু জদি ইশ্বৰে দেখে, আমি খোআ পিয়া ওম-লাত মন মাখোন দি তেঁওক সন্তোস কৰিবলৈ চেষ্টা ন কৰোঁ, আমিও পোৰা হম। ক.



## পুৰনি অসম বুৰঞ্জি, নং ১৮।

**Protap Singh—War with the Bengalis.**

লাকনি কাচেও (১১) সঁকত, আহিনৰ দিনত ৰজা দেৱে লাবুন বৰুআকে, ভাইভোখুৰ লাঙ্গি দামকে, বাইভঙ্গিয়া বৰুআ কলিয়াকে, হলভামৰ নাতিয়েক লাঙ্গিতোওকে, হিলৈদাৰি বৰুআ অসানকে, এই সকলক পঠালে। বঙ্গালৰ মির্জা নাথুলা নেবাবক জুধ কৰিবলৈ ইবোৰেও গৈ কোঁঠ কৰি আচিলে। এনেতে এদিন মির্জা নাথুলা নেবাৰ অনেক খনি চিপাহিৰে কোঁঠৰ পৰা ওলাই আহি আমাৰ কোঁঠত জুধ ধৰি-লেহি; আমাৰ মানুহেও গুলিয়াই কঁৰিয়াৰ ধৰিলে। পাচে বঙ্গালে আমাৰ কোঁঠ ভাঙ্গিব নো-আৰি আপোনাৰ কোঁঠত বঙ্গাল সোমালগৈ। পাচে আমাৰ মানুহেও খেদি গৈ বঙ্গালৰ দুই কালৰ গৰ ভাঙ্গি সোমাবলৈ ধৰিলে; বঙ্গা-লেও উবুৰি খাই ধৰিলে। পাচে কোঁঠ ভাঙ্গিব নোআৰি হুহকি আমাৰ মানুহ কোঁঠ সো-মাই ৰলহি। পাচে এদিন বঙ্গালে হাতিএ ঘোঁৰাই কোঁঠৰ পৰা ওলাই জুধ ধৰিলেহি। আমাৰ মানুহেও কাঁৰ গুলি মাৰি কতোক কাটিলে, কতোক খুঁচিলে, এই ৰূপে বিস্তৰ বঙ্গাল মাৰিলে। জি কিচু বঙ্গাল থাকিল, সিও খনি পলাই লুইতে ভটিয়াই হাজোত ৰলগৈ; এই জুধত আমাৰ মানুহে বঙ্গালৰ বস্তু পালে, পিতলিয়া হিলৈ ২ টা, বৰ হিলৈ ৮ টা, হাত নাল ২৭ টা, সৰু হিলৈ ২৩ টা, সোনৰ মল-মা কৰা মুঠিএৰে তৰোআল ৭ খন, ঘোঁৰা তিনি কুৰি, মহ একুৰি, বলধি দু কুৰি, লো-হোৰা, দৰা, আন বস্তু বিস্তৰ পালে। পাচে লাবুন বৰুআ, লাঙ্গিদাম হাজৰিকিয়া, বাইভঙ্গি-য়া বৰুআ, লাঙ্গিতাই বৰুআ, হিলৈদাৰি বৰু-আ, এই সকলে বঙ্গালৰ বস্তু পাই আনি ৰজা দেৱক সেৱা কৰিলেহি।

লাকনি কাপচিঙ্গা (১২) সঁকত আঘোনৰ দিনত ধৰ্ম্মনাৰায়ন ১, ৰামদেও ১, জিউনাৰায়ন ১, কেহো নাৰায়ন ১, সংগ্ৰামদ্বিত ১, চক্ৰ-নাৰায়ন ১, এই সকল চিলাৰাই সুক্লধজৰ পো নাতি। আৰু দাঁতিৰ ৰজাৰ লেখা, সুকুলা ৰজা

১, বাজুনা ৰজা ১, সজাই ৰজা ১, ৰৰ দুঅৰিয়া ৰজা ১, সেজেৰা ৰৰিয়া ৰজা ১, এই সকল ৰজা সোণৰ টুপি ১, সোণৰ চকাৰে বাৰু ১, পিতলৰ চকাৰে বাৰু ৬ খন, উকা বাৰু ১২ খন, তাও কাপৰ ৪ মুঠা, চোঁঅৰ ৫৬০, এই বস্তু সকল আনি ৰজা দেৱক হোলোঙ্গতে সেৱা কৰিলেহি ।

পাচে আঘোনৰ দিনত ৰজা দেৱে দিখৌ মুখৰ পোনে লুইত পাৰ হৈ চেৰাতলত ৰলগৈ । তাৰ পৰা মাঘনোওআত ৰৈ ৰৰদৈচিলা পৰ্বতৰ কাষৰত হাতি ধৰি, ফাগুনত ৰজা দেও নগৰলৈ উভাই আহিল । পাচে কোঁচৰ নৰনাৰায়নৰ পুত্ৰেক লখ্মি নাৰায়নে বঙ্গালক বোলে, স্বৰ্গি মহা ৰজাৰে তোমোলাকৰে সৰ্বকালে দন্দ লগোআ জে নু গুচে, মই দুইকো দন্দ কন্দল গুচাই দিম; মোৰ পিত্ৰি পিতামহৰ ৰাজ্য খান দিবা । পাচে এই কথা সুনি বঙ্গালে লখ্মি নাৰায়নক বোলে, ভাল, আগলৈকো জেমনে দুই ৰাজ্য কুসলে ৰহিব, এই খান নিচই কৰি আহগৈ; তোৰ পিত্ৰি পিতামহৰ ৰাজ্য পাবি । পাচে লখ্মি নাৰায়নে আহি জেঠৰ দিনত ৰজা দেৱৰ ঠাইলৈ বিৰকাৰ্জিক পঠালে; পাচে বিৰকাৰ্জিএ আহি ৰজা দেৱৰ আগত কলেহি, ৰজা লখ্মি নাৰায়নে কৈ আছিচে, বঙ্গালে প্ৰিতিৰ কাৰনে হাট বাট কৰোঁ বুলিচে; এই বাত্ৰাকে জনাবলৈ মই বন্দিক পঠাই দিচে । এই কথা ৰজা দেৱে সুনি বোলে, ভাল, লখ্মি নাৰায়নে বঙ্গালকে মোকে প্ৰিতি কৰাৰ নোআৰে মানে, বিৰকাৰ্জি, তই মোৰ ঠাইতে থাক, এই বুলি বিৰকাৰ্জিক ৰাখিলে ।

পাচে লাকনি ভাপমুত (১৩) সঁকত মাঘৰ দিনত ৰজা দেৱে সনাত গৰ ৰক্ষোআলে । পাচে হজ মুচিৰৰ দেখি দিহিঙ্গিয়াৰ মুই ৰাজ খোআক নাকৈ দাৰে গদিয়াই মাৰিলে; পিকচাই ৰাজ খোআকে, বুৰা গোহাই পৰিয়া জৰকিয়াল ৰাজ খোআকে গদিয়াই এৰিলে । পাচে গৰ ৰান্ধি এটাই ৰজা দেৱে পিকচাইৰ লাজুকে, ফিমাৰ মমাই তামুলিকে ৰাজ্য বাটি দিলে । উত্তৰে পিকচাইক দিলে, দখিনে মমাই তামুলিক দিলে । পাচে ৰজা দেৱে নগৰলৈ আহিল ।

পাচে লাকনি বাইচাম (১৪) সঁকত মাঘৰ দিনত ৰজা দেৱে আমিৰ গুৰিলৈ গৈ, তিনি জনা ভাঙ্গৰিয়াক মুখ্য কৰি ফুকন ৰৰুআ সমস্তকে আমিৰ গুৰিত গৰ ৰক্ষোআলে । পাচে ৰজা দেৱে গৰগাঁৱলৈ উভাই গল । তাৰ পৰা ৰজা দেৱে দিহিঙ্গলৈ গল; দিহিঙ্গৰ পৰা গৈ ৰকা নদিৰ কোষত হাতি ধৰি সলগুৰিলৈ গল । ৰজা দেও সেই ঠাইতে থাকোঁতে চোম দেওৰ বাট ঘৰত বজ্ৰপাত হল । পাচে ৰজা দেও সলগুৰিৰ পৰা নগৰলৈ আহিল ।

লাকনি প্লেকমিত (১৬) সঁকত আহিনৰ দিনত ঢেকেৰি ৰজা চন্দ্ৰ নাৰায়নে পোমৰালৈ গৈ, আপোনাৰ ৰাজ্যলৈ গল । পাচে ৰজা দেৱে চন্দ্ৰ নাৰায়নৰ ভাল ভাল মানুহ আনি আমাৰ ৰাজ্যত পতোআলে ।

লাকনি কাতকেও (১৭) সঁকত মাঘৰ দিনত ৰজা দেৱে লুইতৰ উত্তৰে হাতি সালত বিস্তৰ হাতি পালে; তাতে হাতি ৰৰুআক থৈ, নগৰলৈ আহিল ।

লাকনি খুতত্যোও (১৮) সঁকত মাঘৰ দিনত ৰজা দেৱে লুইত পাৰ হৈ, বান্দৰ ভঁৰালি বামুন গাঁৱৰ ওচৰত ৰাক কটা সুঁতিৰ কোষত সোন ৰুপ, বস্ত্ৰ, অলঙ্কাৰ, কন্যা, মহ, গৰু, বিস্তৰ বামুনক দান কৰি । ফাগুনৰ দিনত ৰজা দেৱে আমিৰ গুৰিলৈ আহিল । সেই ঠাইতে ৰৰ জনা গোহাই দেও নৰিয়া পৰিৰৰ সুনি ৰজা দেৱে চাৰলৈ উভাই আহিল, পাচে ৰৰ জনা গোহাই মৰিল ।

লাকনি কুংপ্লাও (১৯) সঁকত চতৰ দিনত খনিকৰৰ বাহৰ কুংকপৰ নাতিএক, ৰৰলাঙ্গি পানিসিয়া প্ৰিতিৰ কাৰনে বঙ্গালৰ সত্ৰাজিতৰ ঠাইক ভাল মানুহ পঠাই দিলে । পাচে সত্ৰাজিতেও কথা বাত্ৰা হৈ ভাল বুলি আদৰ কৰি পঠাই দিলে । পাচে লাঙ্গি পানিসিয়া প্ৰমুখ্যে সকলো ফুকন, ৰৰুআ, আলচ কৰি ১০৫ খন নাৱেৰে ভটিয়াই সত্ৰাজিতেৰে কথা বাত্ৰা হৰলৈ গল । সত্ৰাজিতেও পোক্ষেৰেটা

যোৰাবে নাৱে উজাই উমানন্দৰ বালিলৈ আহিল। পাচে দুয়ো উমানন্দৰ বালিত একে ঠাই হৈ, দুয়ো সাৰটা সাৰটি কৰি একে দলিচাতে বহি কথা হল। পাচে লাঙ্গি পানিসিয়াই সত্ৰাজিতক দিলে, বচোআল ১০০, বগা ধজা তেৰ কুৰি, কামলি ২ কুৰি, গৰু ৭ টা। সত্ৰাজিতে দিলে, লাঙ্গি পানিসিয়াক কুলাম দলিচা ২ কুৰি, পামৰু ৩ খন, চিট ৫০, তাও ৪ খন, পোআল মনি ২০ খাৰ। পাচে সত্ৰাজিতো ভটিয়াই থকা ঠাইত বলগৈ; আমাৰ লাঙ্গি কুকনো উজাই আহি থকা ঠাইত বলহি। পাচে এই থকা ৰজা দেৱে সুনি আগ্যা কৰিলে, লাঙ্গিএ কথা ৰাত্ৰা হঁও বুলি সত্ৰাজিতক ধৰি দিয়ক। পাচে কতো দিন থাকি কথা ৰাত্ৰা হবৰ নিমিত্তে লাঙ্গি কুকনে সত্ৰাজিতে বালিত এঠাই হল। সেই দিনা সত্ৰাজিতে অস্ত্ৰে সস্ত্ৰেৰে সাৱধানে গৈচিলে; পাচে সত্ৰাজিতে লাঙ্গি কুকনৰ নাৱত উঠি দুই এসাৰ মান কথা হৈ, তামোল এখন দি, সখি কুসল্লে বহি থাকা বুলি তত কালে আপোনাৰ নাৱত উঠি ভটিয়াই গল। পাচে আমাৰ লোকে খেদি নে পাই উলটি আহিল। পাচে ৰজা দেৱে এই কথা সুনি বংকপাৰ নাতিএক লাঙ্গি কুকনকে, লাংতাউগিৰ লাঙ্গিত্যাই কুকনকে, এই দুই বন্দিএ মোৰ কথা নে ৰাখিলে, এই বুলি দাই ধৰি দুই কুকনক লোআ লগাই আনি, হাতি সালৰ গঁৰালত থৈ, খাৰলৈ নি দি সুকাই মাৰিলে। এই কথা জেঠৰ দিনত।

পাচে লাকনি কাপচি (২২) সঁকত কাতিত ৰজা দেৱে ভটিয়াই গৈ, জামিৰ গুৰি পালেগৈ। সেই ঠাইতে অদ্ভুত দেখিলে, আকাসত ৰজা ৰৱন দেখিলে। পাচে তাৰ পৰা ৰজা দেৱে গৈ যেকেৰা পালেগৈ; যেকেৰাতে থাকি সৰঙ্গিত গৰ বন্ধোআলে।

পাচে আঘোনৰ দিনত সলগুৰিয়া, অতইপুৰিয়া, দিহিঙ্গিয়া, নামতজিয়া, এই চাৰি ভাগিৰ ঘৰ কাঢ়ি আনি, সৰঙ্গিত গাঁও পাতিলে। ক্ৰুংচেং বৰ পাত্ৰ গোহাঁইৰ নাতিএক আসেক গোহাইক সৰঙ্গি খোআ পাতিলে।

আৰু পাচে ৰজা পৰিখিতৰ পুতেক ৰূপ নাৰায়ন আহিল, যেকেৰাত ৰজা দেৱক সেৱা কৰিলেহি। পাচে যেকেৰাৰ পৰা ৰজা দেও উজাই আহি চিনাতলিত থাকি, তেলিয়া তোলাত পুখুৰি খানিলে। ৰূপ নাৰায়নে পুহৰ চৈধ্য দিন জাঁওতে ৰজা দেৱৰ চৰনত থাকি সিৰ দি সেৱা কৰিলেহি। পাচে ৰজা দেৱে দু হেজাৰ ৰূপ দি, চিনাতলিৰ পৰা ৰূপ নাৰায়নক বিদাই দিলে। পাচে ৰজা দেৱে ফাগুনৰ দিনত জামিৰ গুৰিত হাতি ধৰিলেগৈ। তাৰো পৰা ৰজা দেৱে বিবিনা কটকিক সন্দেস পত্ৰ দি পঠালে। লখ্যমি নাৰায়নৰ জিএকক খুজিবলৈ। পাচে লখ্যমি নাৰায়নে কন্যা দিম বুলি কটকিক ৰাখিলে। এনেতে লখ্যমি নাৰায়ন ৰজা ম্ৰিত্যু হল।

পচে ভাদৰ দিনত লখ্যমি নাৰায়নৰ পুতেক বিৰ নাৰায়ন ৰজা হৈ ভনিএকক নি দি সন্দেসে সৈতে বিবিনাক ওলোটাই পঠালে। পাচে ৰজা দেৱেএই কথা এৰিলে।

লাকনি ভাপচেও (২৩) সঁকত আঘোনৰ দিনত ৰজা দেৱে জামিৰ গুৰিত মাটিৰ গৰ বান্ধি হাতি ধৰি সেই ঠাইতে কোঁঠ মেৰাই মাটিৰ গৰ বান্ধি নগৰ সলে। পাচে মাঘৰ দিনত বিৰকাৰ্জিএ ৰজা দেৱৰ আগত বুলিলে, বিৰ নাৰায়নে ভনিএকক নি দিলে, তেৱে দেৱতাৰ কি হানি হল। মই বন্দিৰ জি এটি আচে, তাকে দিম, সৰ্গদেৱৰ পুত্ৰ ত্যাওতিং গোহাঁই দেৱলৈ মই বন্দিৰ নাতিনিক দিম। পাচে ৰজা দেৱে সন্দেস সহিতে পত্ৰ দুখন বিৰকাৰ্জিৰ হাতত দি পঠালে। সত্ৰাজিতৰে আৰদুলি, ইচলাম দুই নেৱাবৰ হাতত দিৰ দিলেগৈ, কাৰ্জিয়েও সন্দেস পত্ৰ দিলেগৈ।

পাচে লাকনি ৰাইচিঙ্গা (২৪) সঁকত ৰজা দেৱে মিচিৰ ৰাপুক মাৰিলে। পাচে মাঘৰ দিনত ৰজা দেৱে জামিৰ গুৰিৰ পৰা গৰগাঁৱলৈ আহিল। পাচে দুই নেৱাবে আলচ কৰি ফাগুনৰ দিনত বিৰকাৰ্জিৰ জিএক লখ্যমিপুৰিয়াকে, নাতিনিএক হেমপুৰিয়াকে আনি, ৰজা দেৱলৈ লখ্যমিপুৰিয়াক দিলে, ত্যাওতিং গোহাঁই দেৱ-

লৈ হেমপুৰিয়াক দিলে, লখ্মিপুৰিয়াৰ ককা-এক ৰামচন্দ্ৰ কাৰ্জিএ জৌতক দিলে; ঘোঁৰা ৫ টা; আৰদুলি ইচলাম নাবাবে দিলে ঘোঁৰা ২ টা; সত্ৰাজিতে দিলে, ঘোঁৰা ২ টা, তাও ৭ মুঠা, চিট ৭ খন, চকলা দোপাকি ৭ খন, বেটি ১২ জনি, কন্যা চুক্কৰা। মানুহৰ লেখা, আচাৰ্জে ১, বিৰামথা ১, চক্ৰবৰ্ত্তি ১, কন্যাৰ ভায়েক অনিৰুধ ১, সত্ৰাজিতৰ মানুহ পতলি ওজা ১, ৰজা দেৰলৈ পত্ৰ সহিতে ঘোঁৰা দুটা দিলে। পাচে সকলোএ আহি কন্যাকো সন্দেস পত্ৰকো ৰজা দেৰক হোলোঙ্গত দিলেহি ।

---

## এজনি ধৰমি তিৰোতাৰ কথা ।

A Virtuous Wife.

মিয়ৰ নামে এজন প্ৰধান পণ্ডিতে দেও বাৰে উপদেস দিয়া খোঁটালিত বহি মানুহবিলাকক সিকাই থাকোঁতে তাৰ দুটা লৰা মৰিল। সিইঁতক দেখিবলৈ বৰ সুন্দৰ আৰু ইস্বৰৰ বিধান পৰিপুৰ্ন ৰুপে জানিচিল । লৰা দুটাক সিইঁতৰ মাকে ওপৰৰ খোঁটালিলৈ নি খাটত সুআই থৈ সিইঁতৰ মৰা স কাপৰেৰে মেৰাই ঢাকি থলে। পাচে গধুলি হলত সিইঁতৰ বাপেক ঘৰলৈ আহি সুধিলে, মোৰ লৰা দুটা কত? মই সিইঁতক আসিৰ্বাদ দিব খোজোঁ। তাই কলে, তুমি উপদেস দিয়া খোঁটালিত জাব ধৰিচিল। তেঁও কলে, মই চাৰিও ফালে চাই নে দেখিলোঁ। তাই লতা পনিয়ালৰ ৰসেৰে পুৰ হোৱা এটা বাটি তেঁওক দিলত তাকে তেঁও লৈ প্ৰভুক প্ৰাৰ্থনা কৰি পান কৰিলে। পাচে তেঁও আৰুও সুধিলে, মোৰ লৰা দুটা কত? সিইঁতেও আসিৰ্বাদ কৰা লতা পনিয়াল খাব লাগে। তাই কলে, সিইঁত ওচৰতে আছে, ইয়াকে কৈ তেঁওলৈ গধুলি বেলাৰ ভোজন জুগুত কৰিলে।

তেতিয়া তেঁও বৰ আনন্দ কৰা দেখি তাই কলে, মোৰ প্ৰভু, এটা কথা তোমাত সুধিবলৈ দিয়া। তেঁও কলে, মোৰ প্ৰিয়, সোধা। তাই কলে, অলপ দিনৰ আগেয়ে এটা বন্ধুএ তানকৈ ৰাখিবলৈ কেতখনি অলঙ্কাৰ দিলে, আৰু এতিয়া ওভোতাই দিব দিচে, মই ওভোতাই দিম নে? পণ্ডিতে উত্তৰ দি কলে, এই কথা সুধিবলৈ ঠাই নাই। লোকৰ বস্তু ওভোতাই দিবলৈ সংসই কৰা নে? তাই কলে, ন হই, তুমি ন জনাকৈ ওভোতাই দিবলৈ মোৰ ইচা নাই। তাৰ পাচে তাই ওপৰ খোঁটালিলৈ নি লৰাইঁতৰ মৰা সৰ কাপৰ তুলি দেখুআলে, তাতে বাপেকে কান্দি কলে, হাঁ মোৰ পুত্ৰবিলাক, হাঁ মোৰ পুত্ৰবিলাক, ইয়াকে কৈ এফালে গৈ কান্দিলে। পাচে তাই পণ্ডিতৰ হাতত ধৰি কলে, জিহকে সাৱধানে ৰাখিবৰ নিমিত্তে আমাৰ হাতত সোধাই দিয়া হৈচে, তাকে ওভোতাই দিবলৈ সংসই কৰা উচিত ন হই, তাকে তুমি মোক ন কলা নে? পণ্ডিতে কলে, হই হই, আৰু দেখা, ইস্বৰে দিলে, ইস্বৰে নিলে, তেঁওৰ নাম ধন্য। জি কোনোএ ধৰমি তিৰোতা পালে, অতি মুলিয়া মুকুতাতকৈ তাৰ সৰহ ধন আচে। তাইৰ মুখত গিয়ান থাকে, তাইৰ মুখত সুন্দৰ উপদেসো। ম.

---

## উচিত কথা ।

Good Maxims.

১। ধন পোআৰ আগেয়ে তাক খৰচ ন কৰিবা।

২। অলপ দাম হেতুকে ন লগা বস্তু নি কিনিবা।

৩। আপুনি কৰিব পৰা কাম লোকক কৰিবলৈ দুখ নি দিবা।

৪। আজি কৰিব লগা কাম কাইলৈ কৰিবলৈ ন থবা।

৫। ভোক পিয়াহ আৰু জাৰ, এই তিনিৰো জিমান খৰচ, অহঙ্কাৰ অকলেই সেইমান হই।

৬। আনন্দ মনেৰে কৰিলে, প্ৰাই কোনো কৰম কঠিন ন হই।

৭। জি আপদ বিপদ কেতিয়াও ন ঘটে, সেইবিলাক ঘটিব বুলি ভবাত আমাৰ কিমান দুখ জনমাই।

৮। খঙ্গ উঠিলে দহ গনাকৈহে মাতিবা।

৯। নোআৰোঁ, পাৰোঁ; এই দুই সবদৰ মাজত ই সবদে একো সিধি ন কৰিলে, সি সবদে মহত কৰম কৰিলে। ম.



Robert Hales, the Norfolk Giant.—From the Illustrated London News

## বৰ ডাঙ্গৰ বিৰ এজনৰ বিবৰন ।

ইঙ্গলণ্ড দেসৰ নৰ্ফক জিলাৰ চমৰ্ত্তন গাঁৱত ১৮২০ সঁকৰ ২ মেই তাৰিখত ৰবৰ্ত্ত হেলচ নামে এটা লৰা উপজিল । তাৰ বাপেক ৪ হাত ৮ আঙ্গুল ওখ হৈছিল, মাক ৪ হাত ওখ, গধুৰে ২ মোন ১২ সেৰ । পুতেক ক্ৰমে বাঢ়ি এতিয়া পূৰে ৫ হাত ওখ হৈছে; গধুৰে ৫ মোন ২৪ সেৰ । গাৰ মেৰ জোখ ৩ হাত এবেগত, ছিয়া চৰিৰ জোখ ঠিক ২ হাত, কৰঙ্গনৰ মেৰ ২ হাত, কলাফুলৰ মেৰ এহাত ৪ আঙ্গুল । সেই মানুহক নৰ্ফক বিৰ বুলি কই । ১৮৪৮ সঁকত আমেৰিকা দেসলৈ গৈ দু বচৰ ফুৰি ফুৰি থকাত সকলো মানুহে তাক বৰ আচৰিত মানিলে । এতিয়া আপোনাৰ ইঙ্গৰাজি দেসলৈ আকও আহিল ।

আদম কিলাৰ্ক নামে আয়ৰলণ্ডত নিবাসি এজন পাদুৰি চাহাবে লিখিছে, মোৰ জনম ঠাইত নাইট নামে ৫ হাত ওখ হোআ দুই ভাই আছিল; আৰু চাৰ্লচ বৰ্নচ নামে ৫ হাত এবেগত ৪ আঙ্গুল ওখ হোআ আন এজনো আছিল ।

আগৰ কালত এনে তাৰৰ বিৰ পুৰুষ অনেক আছিল, কিন্তু এতিয়া হলে তাকৰ । গলিয়াত নামে জি জন বিৰ দাবিদে জিন্দা বলিএৰে মাৰিলে, তাৰ ওখ ৩ হাত এবেগত । বাসান দেসৰ ওগ নামে ৰজাৰ লোৰ খাট ৯ হাত দিঘল, তাক অনেক কাললৈ ৰখা হৈছিল ।

## পিত্ৰি মাত্ৰি সমাদৰ কৰা ।

Honor thy Father and Mother.

জোনেৰল জৰ্জ ওআসিংতনে সৰু কালত জাহাজেৰে দুৰৈ দেসত ফুৰিবলৈ ইচা কৰিলে । তেঁওৰ পিত্ৰিৰ ঘৰৰ ওচৰত জাহাজ তেঁওৰ কাৰণে পৰৈ আছিলে, আৰু সেই জাহাজৰ সৰু নাও তেঁওক লৈ জাবলৈ পঠোৱা হৈছিল । তেঁওৰ চন্দুক কাপৰ কানি সকলো জুগুত কৰি সেই সৰু নাৱলৈ পঠোৱা হৈছিল । তাৰ পাচে আপোনাৰ মাকক বিদাই লবলৈ তেঁও গৈছিলে, কিন্তু তাইৰ চকুৰ পানি বৈ বৈ জোৱা দেখি জৰ্জ ওৱাসিংতনে ভাবিলে, মোৰ জোআত আয়ে অসন্তোস কৰিব, আৰু মোৰ আইক দুখ দিলে মই কেতিয়াও আৰু সুখি ন হম; ইয়াকে ভাবি তেঁওৰ চাকৰত কলে, বোলে, মোৰ চন্দুক কাপৰ কানি ওভোতাই আনিবলৈ ক; মোৰ প্ৰিয় আইৰ মন বিদৰাই নে জাঁও । তেঁওৰ মাকে তেঁওৰ উত্তম ব্ৰতাও দেখি কলে, মোৰ প্ৰিয় পুত্ৰ, জি লৰাবিলাকে আপোনাৰ পিত্ৰি মাত্ৰি সমাদৰ কৰে, সেইবিলাকক আসিৰ্বাদ কৰিবলৈ ইশ্বৰে অঙ্গিকাৰ কৰিলে; আৰু তেঁও জে তোমাকো আসিৰ্বাদ কৰিব, মই বিশ্বাস কৰিচোঁ । আৰু এই দৰে হল । কিয়নো জৰ্জ ওৱাসিংতন আমেৰিকা দেসৰ প্ৰথম প্ৰেচিদন্ত আছিল । ম.

## ধনৰ উত্তম খৰচ ।

vestment.

ফ্ৰাঙ্কলিন চাহাবে বিদ্যা লাভৰ কথাত লিখিছে, বোলে, জদি কোনোবাই তাৰ ধনৰ জোনোজা তাৰ মুখৰ ভিতৰলৈ বাকে, কোনো জনে সেই ধন কাঢ়ি নিব নোআৰে; গিয়ানৰ সুখ লাভো সৰহ । ম.

## দুটা সৰু লৰাৰ কথা বাত্ৰা ।

A Child's Argument.

এটা সৰু লৰাই তাৰ মাকত সুধিলে, বোলে, আই, ইশ্বৰ কেই জন আছে? তাৰ সৰু ককাইটিএকে সুনি উত্তৰ দি বুলিলে, ইশ্বৰ এজনহে । তায়েকে সুধিলে, তাক কেনেকৈ জানা? সি উত্তৰ দিলে, বোলে, ইশ্বৰ সৰ্ববিয়াপি, এই হেতুকে জদি তেঁও সকলো ঠাই পুৰ কৰে, তেন্তে আন ইশ্বৰ থাকিবলৈ ঠাই নাই । ম.

## ঔসধ ।

Good Medicine.

মতলিয়া ন হবলৈ পানি খাবা । সৰিলক যত্ন ৰাখিবলৈ বিহানে উঠি হাৰা খাবা । সুখি হবলৈ ধৰম ৰাখা । সকলোকে সন্তোস কৰিবলৈ লোকৰ বিসই এৰি, আপোনাৰ কাম কাজ কৰি থাকা ।

কালিৰ নিমিত্তে চিন্তা ন কৰিবা; কিয়নো কলিএ আপোনাৰ কথালৈ চিন্তা কৰিব । দিনৰ জি দুখ, দিনটৈলৈ সেয়ে আছিব ।

আহাৰ আৰু পিন্ধা বস্ত্ৰ হলে, তাৰেই সন্তোস হৈ থাকিবা ।



জিৰাফ পসুৰ নকচা ।

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

গুআহাটিৰ পৰা এই অসন্তোসৰ বাত্ৰা পাইচোঁ, ২১ মাৰ্চ দেও বাৰ চন্দ্ৰসেন প্ৰধান সদৰ আমিন জ্বৰ হৈ ম্ৰিত্যু হল । তেঁও অতি নিৰ্ম্মলস্বভাৱ আৰু সকলোকে প্ৰেম কৰোঁতা হোআ হেতুকে এই দেসৰ লোকে তেঁওৰ ম্ৰিত্যুৰ কথাত সোক কৰিচে ।

নগাঁও জিলাত মাৰ্চ মাহৰ ৭ তাৰিখে শ্ৰী গধুলা জেমচ কৰান, শ্ৰী মনজুৰ মচিচ, শ্ৰী মগনা ফ্ৰেণ্ড ক্ৰেন, শ্ৰী ভদৰাম পিতৰ কেলনৰ, শ্ৰী জইৰাম নেথানেল কদোঅৰ্থ, ইস্কুলৰ এই পাঁচ জন চাত্ৰ শ্ৰীজুত ব্ৰন্‌সন চাহাবৰ হতুআই বুৰ পোআ হৈ মণ্ডলিত গ্ৰাজ্য কৰা হল ।

আগৰা নগৰৰ ওচৰত থকা চিকন্দ্ৰ নামে এখান চহৰ আচে । তাতে আকবৰ বাদস্যাৰ আৰু পৰিয়ালৰ অনেক ৰৰ ৰৰ মৈদামৰ মঠ থাকে, এনে দুটা মঠ মিস্যনেৰি ইস্কুল কৰিবৰ নিমিত্তে দিলে । তাতে অনেক মাউৰা লৰা চোআলি গোট খাই বাৰ্ঢ়ৈ, কুমাৰ, দৰ্জি, এইবিলাকৰ কৰম, আৰু কাপৰ বোআ, চাপা খানাৰ কৰম সিকি থাকে । প্ৰাই চাপাৰ কৰমতহে ধন উঠে; ১৮৪৮ সঁকৰ বচৰত সিবিলাকে ৩,৫০০ টকা উতপন পালে; তাৰে ২,-৩৪৮ টকাৰে আগৰা নগৰত এপুৰা মাটি কিনি ললে । চাপা খানাত ৭০ জনে কাম কৰে । সিইতে সিহঁৰ আখৰ আপুনিও সাজি তাৰেই কিতাপ চাপা কৰি থাকে ।

প্ৰথম এপ্ৰিল তাৰিখত ইঙ্গৰাজি ৰনুআ জাহাজ ১৩ খন ৰাঙ্গুনৰ ওচৰত্তে ৰনলৈ গোট খোআ হব ।

নিকবাৰ মাজুলিলৈ জোআ কেতবিলাক জাহাজ বামত লাগি ভগাত তাৰ অসভ্য নিবাসি লোকে জাহাজবোৰ লুট কৰিলে, জাহাজৰ মানুহকো কাটিলে, সেই কথা বিচাৰ কৰিবলৈ কমদোৰ লাম্বৰ্ত্ত চাহাবে এখান ভাপ জাহাজ পঠোআত সেই মাজুলিৰ লোক বৰ ডকাইত হোআৰ অনেক প্ৰমান পালে ।

অতি চেলাম নামে এখন জাহাজে মান্দ্ৰাজ নগৰত ২৩৪ কুলি লোক মৌৰিচ মাজুলিলৈ নিবৰ নিমিত্তে তুলি সাগৰত জাওতে ২১ তি চেম্বৰত বৰ বতাহ হোআত কুলিক তলৰ খোঁটালিত বন্ধ কৰিলে । পাচে সিইতে আত উসাহ নে পাই ৫০ মান মানুহ মৰিল ।

ফেব্ৰুআৰি ২৪ তাৰিখে বম্বাই নগৰত ৰেল আলি পাতি প্ৰথম ভাপ ৰথ চলাবলৈ ধৰিলে । তাক চাবলৈ হেজাৰ হেজাৰ মানুহ গোট খাইচিল, প্ৰথমতে জাবলৈ খৰাত লাহে লাহে গৈচিল, ক্ৰমেৰে ভাপৰ বল বৰ্হা হেতুকে লৰি জোআ মানুহ সকলোকে পাচ পেলাই, ঘণ্টাই পতি ১৫ মাইল জাব পৰা এনে বেগ ধৰিলে । কলিকতাতো এনে ৰেল পাতিবলৈ আৰম্ভন কৰিচে ।

বম্বাই মাজুলিৰ ৭,৪৭৬ ইঙ্গৰাজি পুৰা মাটি আচে; তাত জি বিধ বিধ সহ, আৰু বচৰি বচৰি তাৰ জিমান দাম উতপন হই, তাক তলত লিখা আচে ।

| | ইং পুৰা | সহৰ দাম |
|---|---|---|
| নাৰিকল | ১,১৯০ | ১,৩৯,৬৫০ |
| খাজুৰ | ৮৫০ | ২০,৬৫০ |
| ৰবাৰ | ১২৫ | ৫,৯৪৪ |
| বাৰি | ১,১২৫ | ১,৫০;৮০০ |
| ধান | ৩,২৮৫ | ৫৩,০০০ |
| লোন পানি সুকুআ | ৯৮১ | ৪৯,১৬৭ |

ইঙ্গলণ্ডৰ পৰা হিন্দুস্থানলৈ বাট কৰিবৰ নিমিত্তে মিচৰ দেসৰ মাজে দি এটা ৰেল আলি পাতিবলৈ তুৰুকৰ চুলতান বাদস্যাই হুকুম দিলে ।

হুগলিৰ মুখত থকা খাজুৰি গাঁৱৰ পৰা কলিকতালৈ ইলেক্‌ত্ৰিক টেলেগ্ৰাফ পাতি, এতিয়া তাৰেই এক নিমিসতে ১২০ মাইলৰ দুৰ বাটৰো বাত্ৰা পঠাইচে ।

হেষ্টিংস্তন নামে জি ভাপ জাহাজে জানুআৰি ২৪ তাৰিখৰ ইঙ্গৰাজি ডাক লৈ আনিলে, সেই জাহাজৰ কল ভাজি উতভি গল; তাক পাচৰ মাইলৈকে বল ।

হানোবৰ দেশৰ মহা ৰজা মৃত্যু হল। তেঁও ইংলণ্ডৰ ত্রিতিয় জর্জ মহা ৰজাৰ পুত্রেক হৈছিল।

ফ্রান্সৰ ৰজা আপোন মৰৰ পৰা ওলাই আহোঁতে, ৰখিয়া চিপাহিবিলাকৰ মাজৰ এজনে চল চাই আপোনাৰ বন্দুকেৰে ৰজালৈ গুলিউআত গুলিএ ৰজাৰ টুপিত লাগি মুৰৰ ওপৰে দি গল। সেই চিপাহিক ধৰি বান্ধি সেই ৰাতিএই প্রান দণ্ড কৰা হল। আৰু সেই গুলিউআৰ কথা কোনো সমাচাৰ পত্রত নে চাপিবলৈ দৃঢ় আগ্যা কৰিলে।

মুৰ্শিদাবাদ নগৰৰ ব্রিলিয়ন্ত নামে এখন তাপ জাহাজ কাটি ১০০ মান মানুহ মৰিল।

কলম্বচ নামে এটা ডাঙ্গৰ হাতি আমেৰিকা দেশৰ মানুহক দেখাই ধন পাবৰ নিমিত্তে অনেক বচৰ লৈ ফুৰাইছিল। জোআ বচৰত এদমচ নামে এখন গাঁৱত সেই হাতি দলঙ্গত পাৰ হৈ আঁওতে, দলঙ্গ ভাগি হাতি বৰ দুখ পাই অলপ দিনৰ পাচে মৰিল। সেই হাতিৰ ৩০,০০০ টকা দাম বুলি, গাঁৱলিয়াবিলাকৰ পৰা দলঙ্গ বেয়া হেতুকে সেই ধন পাবৰ নিমিত্তে হাতিৰ গৰাকিএ সিইঁতৰ ওপৰত গোচৰ কৰিছে।

কিচিঞ্জেন নগৰত ৭ বচৰৰ পূর্ব্বৰ পৰা ডাঙ্গৰ পাগ তোঁহৰেৰে মাটিত ১২৫২ হাত দঁপেকে বিন্ধা দিলত একে বেলিএ লোন পানিৰ পুঞ্জ ওলাই, ৩১ হাত ওখলৈকে তাৰ পানি উথি গৈ থাকে। তাৰ মুৰত কিছু বহল হৈ পানি বিন্দু বিন্দু হৈ চাৰিও কাললৈ পৰে; দেখিবলৈ ওখ খাজুৰ গচৰ নিচিনা, বৰ সুন্দৰ। মিনিটে পতি ৮০।৮০ মোন পানি ওলাই; তাৰ ৩০ সেৰ পানিৰ পৰা এসেৰ লোন উত্পন হই। সেই পানি সুকুআই লোন বেচি বিস্তা দিয়া খৰচ অলপ কালতে পালে।

১৮৪১ সঁকৃত পাৰি নগৰত মলো চাহাবে ১০০৫ হাত দলৈকে বিন্ধা দিলত তাৰ পৰা ঘণ্টাই পতি ৮৪,০০০ মোন পানি ওলাৰ পৰা বেগেৰে ফুমুক ওলাল। তাৰ পানি গৰম; তাপৰ জোখত ৮০ ডিগ্রি উম্ন।

বৰ্দ্ধিও উপদিপৰ গাঁথিতে মলকিন নামে এখান জাহাজৰ মানুহে বেহা বেপাৰ কৰোঁতে ডকাইতৰ নাও তিনি খন চাপি আহি সিইঁতৰ কোনোবিলাকে হিয়া মৰাঁওতে লগৰ মানুহে কাপ্তান আৰু দুতিয় কাপ্তান চাহাবক আৰু জাহাজি ৩।৪ জনকো কাটি পেলালে। পাচে পুন কালে দি জাহাজ পোনাই এখান গাঁৱত সোমোআত তাৰ অধিকাৰে জাহাজক ধৰি ইংৰাজি এজন কাপ্তান চাহাবৰ হাতত সোধাই দিলে; কিন্তু ডকাইত পলাল, জাহাজ মাথোন পালে।



## এপ্রিল, অর্থাত বহাগৰ পঞ্জিকা।

Almanac for April, A. D 1852. Sal. Sac 1774.

| এপ্রিল | চৈ | বাৰ | তিথি | দিনমান | এপ্রিল | বহাগ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৫ | ১২ | ১২।১৮ | ১৬ | ৫ | ৬ | ২৭ | ১২।৪৩ |
| ২ | ২১ | ৬ | ১৩ | ১২।২০ | ১৭ | ৬ | ৭ | ২৮ | ১২।৪৪ |
| ৩ | ২২ | ৭ | ১৪ | ১২।২২ | | | | | |
| | | | | | ১৮ | ৭ | ১ | ২৯ | ১২।৪৬ |
| ৪ | ২৩ | ১ | ১৫ | ১২।২৩ | ১৯ | ৮ | ২ | ৩০ | ১২।৪৭ |
| ৫ | ২৪ | ২ | ১৬ | ১২।২৫ | ২০ | ৯ | ৩ | ১ | ১২।৪৮ |
| ৬ | ২৫ | ৩ | ১৭ | ১২।২৬ | ২১ | ১০ | ৪ | ২ | ১২।৫০ |
| ৭ | ২৬ | ৪ | ১৮ | ১২।২৮ | ২২ | ১১ | ৫ | ৩ | ১২।৫২ |
| ৮ | ২৭ | ৫ | ১৯ | ১২।৩০ | ২৩ | ১২ | ৬ | ৪ | ১২।৫৩ |
| ৯ | ২৮ | ৬ | ২০ | ১২।৩২ | ২৪ | ১৩ | ৭ | ৫ | ১২।৫৪ |
| ১০ | ২৯ | ৭ | ২১ | ১২।৩৪ | | | | | |
| | | | | | ২৫ | ১৪ | ১ | ৬ | ১২।৫৫ |
| ১১ | ৩০ | ১ | ২২ | ১২।৩৬ | ২৬ | ১৫ | ২ | ৭ | ১২।৫৬ |
| ১২ | ১ | ২ | ২৩ | ১২।৩৭ | ২৭ | ১৬ | ৩ | ৮ | ১২।৫৭ |
| ১৩ | ২ | ৩ | ২৪ | ১২।৩৯ | ২৮ | ১৭ | ৪ | ৯ | ১২।৫৮ |
| ১৪ | ৩ | ৪ | ২৫ | ১২।৪০ | ২৯ | ১৮ | ৫ | ১০ | ১২।৫৯ |
| ১৫ | ৪ | ৫ | ২৬ | ১২।৪২ | ৩০ | ১৯ | ৬ | ১১ | ১৩।০ |

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in As*

# অৰুনোদৈ

৭ বচৰ। মোং সিৱসাগৰ, এপ্রিল, ১৮৫২। নম্বৰ ৪।

VOL. VII. SIBSAGOR, ASAM, APRIL, 1852. NO. 4.


## গুআতিমালা দেসৰ বিবৰন।

Geography of Central America.

উত্তৰ আৰু দখিন আমেৰিকাৰ মাজত জি ঠেক তোখৰ মাটি আচে, তাৰ নাম গুআতিমালা। তাৰ পুব ফালে কাৰিবি সমুদ্ৰ আৰু দখিন আমেৰিকা, পচিম আৰু দখিন ফালে পাচিফিক সাগৰ, উত্তৰ ফালে মেকচিকো আৰু কাৰিবি সমুদ্ৰ। তাৰ মাজত ৫ খন প্রদেস আচে; গুআতিমালা, চানচালবাদোৰ, হন্দুৰচ, কষ্টৰিকা নিকৰাগুআ। তাৰ পুন দাঁতি মস্কিটো দেস বোলে। গুআতিমালা দেসৰ দিঘ ১০০০ মাইল; পথালি ১০০ মাইলৰ পৰা ৩৫০ মাইললৈকে হৈচে। তাৰ নিবাসি লোক প্রাই ২০,০০,০০০ হৈচে।

মেকচিকো দেসৰ পৰা অগ্নি দিসলৈ জোআ ডাঙৰ এসাৰি পৰ্বত গুআতিমালাৰ মাজ ঠাইতে আচে। তাৰ মাজত জুই ওলোআ টিঙ্গ ২১ টা আচে। তাৰ কাৰনে অনেক অনেক ভুঁইকঁপ গৈচে। ভাল ভাল নগৰ আৰু পকি ঘৰ সাজিলে ভুঁইকঁপত ভাগি পৰা জাই।

গুআতিমালা পুৰনি নগৰ ১৭৭৪ সঁকত ভুঁইকঁপৰ দোআৰাই নষ্ট হল। পাচে নতুনকৈ সাজোঁতে সকলো ঘৰ চাপৰ কৰিলে। ১৮৩০ সঁকত নতুন নগৰৰো ভালেমান গিৰ্জা আৰু আন আন সুন্দৰ ঘৰো পেলোআ হৈচিল। সেই নগৰৰ দুই ফালে জুই ওলোআ পৰ্বত আচে; এটাৰ নাম আগুআ অৰ্থাত পানি পৰ্বত, এটাৰ নাম ফুইগো অৰ্থাত অগ্নি পৰ্বত।

১৮৩৪ সঁকত নিকৰাগুআ প্রদেসৰ কচিগুইনা পৰ্বতৰ পৰা জুই আৰু তপত জোল বৰ আচৰিত সবদেৰে ওলাল; সেই সবদ ১০০০ মাইলৰ আঁতৰত থকা বগটা নগৰৰ লোকে সুনিলে; আৰু পৰ্বতৰ পৰা উৰি জোআ চাই ৮০০ মাইলৰ বাট গৈ জামেকা মাজুলিত পৰিল।

পৰ্বতৰ পৰা দুই ফালে পাচিফিক আৰু আটলান্তিক সাগৰ বৰ দুৰ নো হোআত সেই দেসত দিঘল ডাঙৰ নদি নাই; সৰু সৰু নদি অনেক আচে। নিকৰাগুআ সৰোবৰ দিঘে ১২০ মাইল, পথালিএ ৫০ মাইল হৈচে; তাৰ পচিম ফালে লিওন নামে আন এখান আচে, পাচিফিক সাগৰৰ পৰা লিওন সৰোবৰলৈকে ১৩ মাইল মাথোন। এতিয়া সেই দুই পানিৰ লগ লগাবলৈ নৈ খানিচে; জেতিয়া সেই নৈ খানি এঁটাব, তেতিয়া জাহাজেৰে আটলান্তিকৰ পৰা পাচিফিকলৈকে পানিএ দি জাব পাৰিব। লিওন আৰু নিকৰাগুআ সৰোবৰৰ পৰা চানজোআন নদি পুব ফাললৈ বৈ গৈ কাৰিবি সমুদ্ৰত পৰিচে। নিকৰাগুআ সৰোবৰৰ মাজত অনেক সৰু সুন্দৰ মাজুলি থাকে, এটাৰ মাজত জুই ওলোআ পৰ্বতৰ টিঙ্গ আচে। লিওন সৰোবৰৰ দাঁতিত লিওন নগৰ আচে; তাৰ নিবাসি ২০,০০০ হৈচে। মস্কিটো প্রদেসত কেৱল হাবি, আৰু আদিবাসি অসভ্য লোক থাকে। হন্দুৰচ প্রদেসত ত্ৰুক্‌চিলো নগৰ সাগৰৰ ওচৰত আচে; কিন্তু তাত জৰ নৰিয়া বেগাই পৰে।

গুআতিমালা দেসত উত্পন হোআ বস্তু প্রায়ে মেক্‌চিকোৰ নিচিনা। কোনো ঠাইত

সোন, আৰু অনেক ধাইত ৰুপ ওলাই । মিল, কপাহ, চেনি, কচিনিল, আৰু কেতবিলাক ৰঙ ধৰনেৰে কাপৰ বোলোৱা কাঠ, আৰু মহগনি নামে এবিধ মিহি বৰ টান কাঠ আছে, তাৰে সুন্দৰ আলমাৰি চন্দুক সাজে । এপ্ৰিল মাহৰ পৰা ৫ মাহলৈকে সেই দেসত বাৰিধা হৈছে ।

গুআতিমালাৰ প্ৰাই আদ খিনি মান মানুহ আদিবাসিৰ বংসহ, পাচ ভাগৰ এভাগ বগা লোক, অৱসেসবিলাক দোআনিয়া জাতি । আদিতে তাৰ নিবাসি লোক মেক্সিকোৰ পৰা আহিল, মেকচিকো ভাসাৰে সিইঁতৰ ভাসা মিলিছে । সিইঁতৰ প্ৰধান নগৰৰ নাম উতাত্‌লান; তাৰ ৰাজ ঘৰ, মন্দিৰ আদি কৰি প্ৰায়ে মেক্‌চিকোৰ সমান হৈছিল । কৰ্তেজৰ দিনত তিকম উমাম নামে সিইঁতৰ ৰজাই কৰ্তেজৰ সেনাপতি আলৱৰাদোৰ লগত অনেক জুধ কৰিলে । জামালা নদিৰ ওচৰত বৰ জুধ চৰেলি হৈছিল; সেই নদি এতিয়ালৈকে তেজৰ নৈ বোলে । উতাত্‌লান নগৰত সোমাবলৈ দুই দুআৰ মাথোন আছিল; ৰনৰ কালত আদিবাসিৰ ৰজাই ইস্পানিয়া লোকক মাৰিবৰ মনেৰে সিইঁতক নগৰৰ ভিতৰলৈ সৰনাগত হম বুলি মাতিলত আপোনাৰ নগৰ খনত জুই লগাই পুৰি পেলালে; কিন্তু আন কোনো আদিবাসি বিস্বাস ঘাতি হৈ ইস্পানিয়াত সেই কথা নুজালে, তাৰেই সিইঁতে ৰধ্যা পৰিল । ১৫২৪ সঁকত ইস্পানিয়াই সকলোকে জিকি গুআতিমালা নগৰৰ মুল থাপন কৰিলে । ইস্পানিয়াই সেই দেস প্ৰায়ে ৩০০ বচৰলৈ ৰাজ সাসন কৰিলে । ১৮২১ সঁকৰ পৰা সিবিলাক স্বতন্ত্ৰ হৈছে । সিইঁতে ৰুমিয়া ধৰমত প্ৰবৰ্তে ।

গুআতিমালাৰ ভিতৰত অনেক পুৰনি নগৰৰ ভগা সিল আদি কৰি আচৰিত চিন আছে । মন্দিৰ, দল, আৰু দেৱতাৰ মুৰ্ত্তি অনেক পোআ জাই । দেৱতাৰ মুৰ্ত্তিৰ মিচৰ দেসৰ মুৰ্ত্তিৰ দৰে হৈছে । সেই পুৰনি নগৰৰ নাম, পালেঙ্ক, ওকোচিঙ্গো, উতাত্‌লান, পতিনামিত্‌, মিক্কো, হোএহুহোএত্‌লাপাসন; আৰু পুৰনি বস্তু থকা আন আন ঠায়ো আছে ।



Christopher Columbus, born 1435.

## পচিম দিপ প্ৰথমে বিচাৰি পোআ লোকৰ বিবৰন ।

Discoverers of the Western Hemisphere.

খ্ৰিষ্টফৰ কলম্বচ নামে আমেৰিকা দিপ প্ৰাথম দৰ্সন পোআ জন ১৪৩৫ সঁকত জেনোআ নগৰত জনমিল । ১৪ বচৰ বয়সত ভেঁও ভুমাজৰ সমুদ্ৰত জাহাজেৰে ফুৰিব ধৰিলে ।



Sebastian Cabot, born 1477.



পচিম দিপক ৰনাম দিওআ আমেৰিকো বেচ্পুচিৰ নক্চা।
Americus Vespucius, born 1451.

পেলালত তেঁওক ধৰি লোআ দি বৰ অমৰ্জতা কৰিলে। ১৫০৬ চঁকৰ ২০ মেই তাৰিখত বালাদলিদ নগৰত তেঁওৰ মিত্যু হল; পাচে তেঁওৰ মৰা মৰ চন্দুক হাবানা নগৰলৈ নিৰৰ গিৰ্জা ঘৰত পুতি থৈচিল। তেঁওৰ নকচা সি কালে ওপৰত লিখা আচে।

আমেৰিকো বেচ্পুচি ফ্লৰেন্স নগৰত ৯ মাৰ্চ ১৪৫১ চঁকত উপজিল। কলম্বচৰ জাত্ৰাত অনেক দেস পোআ সুনি তাৰ উচাহ বাঢ়ি অনেক বেলি জাত্ৰা কৰি ১৪৯৯ চঁকত তালে খনি সৰু মাজুলি দেখা পালে। ১৫০৩ চঁকত তেঁও ব্রাজিল দেস পালে। সেই জনৰ কথাত বজাই ভাল পাই পচিম দিপ তাৰ নামৰ দৰে আমেৰিকা নাম দিলে। কিন্তু প্ৰথমে দেখা পোআ কলম্বচে।

১৪৯২ চঁকৰ ৩ আগষ্ট সুকুৰ বাৰে পালচ নগৰৰ পৰা জাহাজ মেলি ১১ অক্তোবৰ তাৰিখত গুআনাহানি মাজুলি দেখা পালে; তাৰ পৰা গৈ ২৮ অক্তোবৰত কুবা মাজুলি, আৰু ৬ ডিচেম্বৰত হাইতি মাজুলি পালে। ৪ জানুআৰি তাৰিখত ইস্পানিয়ালৈ উভতি জাবৰ মনেৰে জাহাজ মেলি বাটত জাঁওতে বৰ ঢুমুহা বতাহ বৰধুন হোআত জাহাজ তল জাব বুলি নতুন দিপ দেখা পালোঁ, আৰু সকলো কথা চালত লিখি পিঁপাত ভৰাই দি সাগৰত পেলালে। কিন্তু পাচে বতাহ সাম কাটিলত সিবিলাক ৰখ্যা পৰিল। ১৫ মাৰ্চত আকও পালচ নগৰ পালে। তাতে বজাই মজতা কৰি তেঁওক বৰ লোক পাতিলে। আৰু দু বেলিও পাল তুৰি সাগৰ পাৰ হৈ বহুত দেস পালে। সেসত তেঁওৰ অনেক সত্ৰুএ আলচ কৰি বজাৰ আগত তেঁওৰ কোনো কোনো দাই চিবাস্তিয়ান কাবত ১৪৭৭ চঁকত ব্ৰিস্তল নগৰত উপজিল। ১৪৯৬ চঁকত তেঁও আটলান্তিক সাগৰ পাৰ হৈ নুফঔলণ্ড মাজুলি পালে। পাচে দখিন আমেৰিকালৈ গৈ চেষ্ট চালবাদোৰ নামেৰে এখন ঠাঁই বাঙ্কিলে। ১৫৫৭ চঁকত তেঁও মিত্যু হল। তেঁওৰ নকচা সি পিঠিৰ তলত লিখা হৈচে।

দাবৰবিল নামে এজন আমেৰিকান জাহাজৰ কাপ্তান চাহাবে গত আগষ্টৰ ২৭ তাৰিখে জিব্রাল্তৰ সুঁতিৰ দখিন ফালে কুৰি সাগৰৰ দাঁতিত এটা সৰু পিঁপা পাই ভাঙ্গি তাৰ ভিতৰত এটা নাৰিকল, নাৰিকলৰ ভিতৰত ১৪৯৩ চঁকত লিখা এখন চাল পালে, তাত খ্ৰিষ্টফৰ কলম্বচ নাম, আৰু তেঁও দেস পোআ বাত্ৰা লিখা আচিল, এই আচৰিত কথা এখন আমেৰিকাৰ সমাচাৰ পত্ৰত লিখা হৈচে, কিন্তু আমি চঁচা জেন নে দেখোঁ।

## ইশ্বৰে পাপ কৰাই নে?

Arguments of a Brahman on the Origin of Sin.

এপ্রিল ৯ তাৰিখে বেলা তিনি বজাৰ সময়ত মই অকলেই গৈ সিৱসাগৰ থানাৰ ওচৰত থকা গচৰ তলত চাৰি পাঁচ জন লোক বহি থকা পাই, মযো সিবিলাকৰ আগত কথা হবৰ নিমিত্তে বহি, ক্রমেৰে প্রভুৰ কথা কবলৈ ধৰিলোঁ। পাচে সৰহ মানুহ তাতে গোট খোআত বহু বেলালৈ প্রভু য়িচুএ কৰা মহা প্রাচিত্তৰ কথা কির্তন কৰিলোঁ । তাৰ পাচে এটা বঙ্গালি বামুন আহি মোৰে সৈতে বাদ কৰি কলে, পাপ নো কি? কিয়নো জগতৰ সকলো প্রানি পাপি বুলি মই কৈচিলোঁ । তাতে সি ৰৰ মাতেৰে কলে, কোনো মানুহৰ পাপ নাই । পাচে মই কলোঁ, জেতিয়া কোনোএ মিচা কই, বা চুৰ কৰে, বা বেস্যা কৰে, তেতিয়া সেইবোৰ কৰমক পাপ নো বোলে নে? আৰু তেনে কৰম কৰা লোককো পাপি বুলি সাস্ত্রে আৰু মানুহেও ন কই নে? তাতে সি উত্তৰ কৰিলে, মানুহে জি পাপ কৰে, তাক ইশ্বৰে কৰাই, সেই নিমিত্তে মানুহৰ গাত পাপ নে লাগে । পাচে মই কলোঁ, জদি ইশ্বৰে পাপ কৰাই, তেন্তে মানুহৰ গাত কোনো দোস ন হৰ হই; কিন্তু আমি জানিচোঁ, জি জনৰ নামেই পৰম, তেঁও কোনো মতেও পাপ ন কৰে, পাপৰ চাঁয়াতো ভৰি নি দিএ, লোককো ন কৰাই, তাত বাজে জিবিলাকেই পাপ কৰম আচৰন কৰে, সেইবোৰকো পাতকি বুলি ঘোৰ নৰকত জাতনা ভুগ্গাই । তেতিয়া সি আকও কলে, তুমি কোআ কথা ন হই, কিয়নো ইশ্বৰে জে মানুহৰ দোআৰাই পাপ কৰাই, তাৰ কাৰন এই; জেনেকৈ সকলো মানুহে একে কৰম ন কৰি প্রতি জনে বিধ বিধ কৰম কৰি সৰিলক পোসন পালন কৰিচে, সেই ৰুপে ইশ্বৰেও মানুহক বেলেগ বেলেগ স্বভাও দিচে; তাতে কোনোএ মিচা কৈ প্রবর্ত্তিচে, আনে বেস্যাদি কৰিএই প্রবর্ত্তিচে । এই ৰুপে প্রতি জন মানুহে পাপ কৰম কৰাতে আপোন আপোন পেট পোহা হৈচে । এই নিমিত্তে কোনো মানুহৰ পাপ নাই, কিয়নো সিইতৰ প্রতি পালনৰ হেতুকে ইশ্বৰেই প্রতি জন লোকৰ মনত তেনে স্বভাও লগাই দিচে । জেতিয়া মানুহে আপোন স্বভাৱৰ দৰে কৰম কৰি পেট পোহা হৈচে, তাতে ইশ্বৰৰো সেৱা কৰা হৈচে । তাতে মই উত্তৰ কৰি কলোঁ, জদি ইশ্বৰে পাপ কৰম কৰিবলৈ মানুহক সম্মত দিচে, তেন্তে পুনৰাই তাক ন কৰিবৰ কাৰনে সাস্ত্র বিধানত কিয় নিসেধ কৰে? আৰু কৰিলেও দোর্ঘোৰ নৰকৰ মাজত পেলাই জাতনা ভুগ্গাম বুলি কি কাৰনে ভই দেখুআই? আৰু সেই কথাৰ জদি প্রমান লাগে, তেন্তে জগতৰ মাজলৈ চাই দেখা, মৰন, সোক, জাতনা, মাউৰ, এঁকাল আদি নানা বিধ দুখ কি কাৰনে সর্বদাই উপস্থিত হৈ থাকে? আৰু এই সংসাৰতো ৰজা আৰু অধিকাৰবিলাকে মিচলিয়া, চোৰ, ডকাইত, অনিয়াই, মানুহ বধি, আদি দুস্ট কৰম কৰাবিলাকক ধৰি কি কাৰনে দণ্ড কৰে? তাত বাহিৰে জদি জগতৰ মাজত কোনো পাপিএই নাই, তেন্তে মৰনৰ কথা সুনাত নৰকত পৰাৰ ভয়েৰে কিয় ভই কৰে? আৰু তুমি আপোনাৰ ইশ্বৰ বুলি পৰকালৰ নিমিত্তে জি জনক আসুই কৰিচা, সেই ৰামে জেতিয়া ৰাখ্যস আদি ৰাৱনক বধি অজোধ্যা নগৰলৈ সিতাক উধাৰি আনিসে, তেতিয়া ৰাৱনক বধ কৰাত ব্রাহ্মন বধি হলোঁ বুলি কি কাৰনে অস্বমেধ জগ্য কৰিলে! আৰু তুমি কোআ মতে পাপ কৰি মানুহে আপোন আপোন পেট পোহাতে জদি ইশ্বৰৰ সেৱা কৰা হল, তেন্তে ধৰম কৰম কৰিবলৈ কি কার্জ আচে? আৰু কি কাৰনে বা সাস্ত্র বিধান লাগিচে? এনে কথা সুনাত বামুনে খং কৰি, তোৰ কথা নু সুনোঁ বুলি গুচি গল । ন. ল. ক.



## জাত্রিকৰ জাত্রা, ৫ আধ্যা।

The Pilgrim's Progress, Chapter 5.

পাচে সুবুধিএ খ্রিষ্টিয়ানত কিচু কথা সুধি তাৰ উত্তৰ সুনিব খুজিলে।

সুবুধি। তুমি জি দেসৰ পৰা আহিলা, তাক কেতিয়াবা কেতিয়াবা আৰু নো সোঁৱৰা নে?

খ্রিষ্টিয়ান। সুঁঅৰিচোঁ, কিন্তু লাজ আৰু ঘিনেৰেহে সোঁঅৰোঁ। জি দেস এৰি আহিচোঁ, তালৈ মই মন কৰা হলে, উভতি জাবৰ উপাই পালোঁহেঁতেন; কিন্তু এতিয়া হলে ইয়াতকৈ উত্তম অৰ্থাত স্বৰগি এক দেসলৈ ইচা কৰোঁ।

সুবুধি। সেই দেসত থাকোঁতে জিহত জিহত আদৰ আচিল, তাক লগত কিচু নানিলা নে?

খ্রিষ্টিয়ান। হই, কিচু কিচু আনিলোঁ, কিন্তু মোৰ ইচাৰে ন হই; বিসেসকৈ মনৰ জি সংসাৰিক ভাবনাত মই আৰু মোৰ প্রতিবাসি সকলে বৰ সন্তোস পালে, সেইবোৰ আনিলোঁ, কিন্তু এতিয়া সেই সকলো কথাত মোৰ কেৱল দুখ; আৰু মই আপোনাৰ সোঁঅৰা সকলো কথা জদি বাচিব পাৰোঁ, তেন্তে সেই কথা সোঁঅৰিবলৈ ইচা ন কৰিলোঁহেঁতেন; কিন্তু মোৰ জেতিয়া সজ কৰম কৰিবৰ ইচা হই, তেতিয়া কুকৰমেহে মোৰ লগ লই।

সুবুধি। এনে জি কথাই তোমাক বাধা কৰে, সেইবোৰক কেতিয়াবা কেতিয়াবা দমা জেন নো পোৱা নে?

খ্রিষ্টিয়ান। হই, কদাচিত পাঁও, কিন্তু ঘনে ঘনে ন হই; এনে সুভাগ্য সময়েই মোৰ সুবৰ্নময় কাল।

সুবুধি। তোমাৰ এনে বিঘিনি জেতিয়া দমা জেন পোৱা, তেতিয়া কি উপায়েৰে দমন কৰা হল, সেয়ে তোমাৰ মনত পৰিচে নে?

খ্রিষ্টিয়ান। হই, মনত পৰিচে; পেৰেক্ষনিৰ ওপৰত জি দেখিলোঁ, তাক সোঁঅৰা, সি এটা উপাই; আৰু মোৰ বুটা দিয়া চোলাক চোৱা, নাইবা বুকত থকা সুৰাক চোৱা, বা মই জোৱা ঠাইৰ কথাত মনৰ উচাহ বাঢ়িলে, সেই সকলোৰে দোআৰাই সংসাৰিক বিঘিনি গুচা জেন পাঁও।

সুবুধি। কি কাৰনে নো চিওন পৰ্বতলৈ জাবলৈ তোমাৰ এইমান ইচা আচে?

খ্রিষ্টিয়ান। কাৰন এই; পেৰেক্ষনিত জি জন আৰি মৰা হৈচিল, তাতে তেঁওক জিয়া দেখিবলৈহে মোৰ আসা আচে; আৰু জি জি কথাৰ দোআৰাই এতিয়ালৈকে মোৰ বিঘিনি হৈচে, সেই সকলোৰে পৰা তাত মুকুত হবলৈ বাঞ্চা কৰোঁ; আৰু সেই ঠাইত মৰন নাই বুলি কই; আৰু জি জি লোকত মোৰ বৰ সন্তোস হব, এনে লোকৰ মাজত মই নিবাস কৰিম। আৰু সঁচাকৈ কঁও, সুনা, তেঁও মোৰ বোজা গুচুআ হেতুকে মই তেঁওক প্রিতি কৰোঁ; আৰু মোৰ ভিতৰৰ ৰোগত বিৰক্ত হৈচোঁ; জি ঠাইত মই আৰু ন মৰিম, আৰু জি সভাই পবিত্র, পবিত্র, পবিত্র বুলি সৰ্বকালে গাই থাকে, সিবিলাকৰ লগত থাকিবলৈ মোৰ বৰ বাঞ্চা।

তেতিয়া প্রিতিকাৰিএ খ্রিষ্টিয়ানত সুধিলে, তোমাৰ লৰা তিৰোতা আচে নে? তুমি বিঐ মানুহ হৈচা নে?

খ্রিষ্টিয়ান। তিৰোতা আচে, আৰু লৰাও চাইটি।

প্রিতিকাৰি। লগত কিয় নানিলা?

তেতিয়া খ্রিষ্টিয়ানে কান্দিব খুজি বুলিলে, অস, সেয়ে হলে মোৰ বৰ ইচা; কিন্তু মোৰ জাত্রাৰ কথাত সিবিলাকে নিচেই বেজাৰ কৰিলে।

প্রিতিকাৰি। তুমি সিইঁতে সৈতে কথা বাত্রা হৈ, সিইঁতে পাচত থকাৰ ভই দেখাবলৈ কাৰ্বাৰ কৰিব লাগিচিলে।

খ্রিষ্টিয়ান। মই তাক কৰিলোঁ; আৰু আমাৰ নগৰৰ জি বিনাসৰ কথা ইস্বৰে মোক দেখালে, তাক মই সিবিলাকত কলোঁ; কিন্তু ইতিকিঙ্ কৰা জেন মোক দেখিলে, কথা ন পতিয়ালে।

প্রিতিকাৰি। কিন্তু ইস্বৰে জেন তোমাৰ আলচক আসিৰ্বাদ কৰে, এনে প্রাৰ্থনা কৰিলা নে?

খ্রিষ্টিয়ান। হই, বৰ ইচাৰে কৰিলোঁ, কিয়-

নো মোৰ যৈনি আৰু দুখিয়া লৰাটিইত মোলৈ ৰৰ ইষ্ট, তুমি ইয়াক জানিব লাগে ।

প্রিতিকাৰি । আৰু তোমাৰ আপোনাৰ খেদ আৰু সৰ্বনাসৰ ভই সিবিলাকত কলা নে? সেই সকঁলো কথা তোমাৰ আগত ভালকৈ প্রকাস হল বুলি জানিচোঁ ।

খ্রিষ্টিয়ান । বেলিএ বেলিএ ঘনে ঘনে কলোঁ। আমাৰ মূৰৰ ওপৰত অৰা হৈ থকা দণ্ডৰ কাৰনে মোৰ জি ভই, তাৰু সিবিলাকে মোৰ মলিন মুখ, চকুৰ লো, কম্পনৰ দোআৰাই চিনিব পাৰিলে; কিন্তু সিবিলাকক মোৰ লগত জাত্রা কৰাবলৈ সেই সকলোৰে সক্তি নাই ।

প্রিতিকাৰি । সিইঁতে জে তোমাৰে সৈতে নাহিল, কি আঁসোআহ কৰিলে?

খ্রিষ্টিয়ান । যৈনিএ হলে এই সংসাৰ হে-ৰুআম বুলি সংসই কৰিলে; লৰাইঁতেও সুখৰ মোহত মন দি আচে; এই ৰুপে ই জনৰ এই কথা, সি জনৰ সেই কথাত থাকি এই দৰে অকলেই ফুৰিবলৈ মোক এৰিলে ।

প্রিতিকাৰি । কিন্তু তোমাৰ লগত আনিবৰ বুধিৰে সিইঁতত জি কথা কলা, কি জানি তোমাৰ সংসাৰিক আচৰনেৰে সেই কথা বিফল হই?

খ্রিষ্টিয়ান । মোৰ আচৰন হলে, মই সলাগিব নোআৰোঁ হই; মোৰ অনেক দাই আচে, মোৰ মনে জানিচোঁ । লোকৰ হিতলৈ জি উপদেস কোনো মানুহে সিইঁতৰ মনত গিয়ান কথাৰে লগাব খোজে, তাক অসুভ আচৰনেৰে সি বেগতে লুটিয়াব পাৰে, এয়ে স্বৰুপ; তথাপি মোৰ আপোন কোনো কুকৰমেৰে জাত্রালৈ সিবিলাকৰ মন অনিচা ন কৰিবলৈ সাৱধানে আচিলোঁ, ইয়াকে কব পাৰোঁ । আৰু সেই কাৰনে সিবিলাকেও মোৰ আচৰন অতি কঠিন বুলিলে, আৰু সিবিলাকে জি কৰমত একো বেয়া ে:-দেখে, এনে কৰম সিবিলাকৰ হিতৰ নিমিত্তে মই তিয়াগ কৰিলোঁ; আৰু মই ইয়াকে বুজিচোঁ, মোৰ কিবা দেখি তাৰ দোআৰাই জদি সিইঁতে বাধা পাই, তেন্তে ইস্বৰৰ তাহিতে নাইবা চুবুৰিয়াৰ বিৰোধে পাপ কৰিবলৈ মোৰ জি অতি ভই, তাৰ দোআৰাইহে পালে ।

প্রিতিকাৰি । সেই ৰুপে কইনৰ কৰম অধৰমি আৰু ভায়েকৰ কৰম ধৰমি হেতুকে সি ভায়েকক অসুয়া কৰিলে; তোমাৰ লৰা তিৰোতাই জদি তোমাৰ এনে কথাত বেজাৰ পাই, তেন্তে সিইঁতে আপোনাক কৈলানৰ অপাত্র প্রকাসকৈ দেখাই, কিন্তু সিইঁতৰ প্রান দণ্ড দোসৰ পৰা তুমি আপোনাৰ জিৱাত্মা মুকুত কৰিলা ।

মই সমাজিকত দেখোঁতে ভোজন জুগুত নো হোআলৈকে সিবিলাকক এই ৰুপে কথোপকথন কৰি থকা দেখিলোঁ, পাচে সকলো জুগুত হলত ভোজনত বহিল । তেতিয়া মেজত নানা বিধ উত্তম খোআ বস্তু আৰু জঁকিয়াই নিৰ্মল কৰা পনিয়ালৰ ৰসো আচিল । আৰু ভোজনত বহি থাকোঁতে সিবিলাকৰ সকলো কথা বাত্রা পৰ্বতৰ গৰাকিৰ অৰ্থেহে হৈচিল; তেঁও কি কৰম, আৰু তাক কি কাৰনে কৰিলে, আৰু সেই ঘৰ বা কি কাৰনে সাজিলে, সেই সকলোকে কথোপকথন কৰিলে । সিবিলাকৰ কথাৰ দোআৰাই তেঁও বৰ জুধাৰু সেনাপতি হৈচিল, আৰু ম্রিত্যুৰ সক্তি কৰোআ জনক জুধ কৰি জিনিচিল, ইয়াক মই বুজিলোঁ; তথাপি সেই জুধ কৰি তেঁও আপুনি বৰ আপদত পৰিল, ইয়াকে সুনি তেঁওলৈ মোৰ প্রেম অতিসই বাৰ্হিল ।

কিয়নো সেই কৰম কৰোঁতে তেঁওৰ তেজ ৰৰকৈ বৈ হানি হল, সিবিলাকে ইয়াকে কলে, আৰু মই এই কথা পতিয়াইচোঁ বুলি খ্রিষ্টিয়ানেও কলে । আৰু তেঁও আপোনাৰ দেসলৈ মৰমেৰেহে তাকে কৰিলে, এই নিমিত্তে সেই সকলো কৰমত তেঁওৰ অনুগ্রহৰ জসস্যা অধিক ৰুপে বাৰ্হিল । তাৰ বাহিৰে তাত থকা কেতবিলাক পৰিয়ালে বুলিলে, তেঁও পোৰেঙ্গনিত মৰাৰ পাচেও আমি তেঁওক দেখা পাই কথা বাত্রা হলোঁ; আৰু সিবিলাকে তেঁওৰ মুখে মৰনৰ কথা সুনিবলৈ পোআত দ্রিঢ ৰুপে কই, পচিমৰ পৰা পুবলৈকে দুখিয়া জাত্রি লোকক তেঁওৰ সমান মৰম কৰোঁতা কেও নাই । তাত

বাজে সিবিলাকে কোৱা কথাৰ এই প্রমান দিলে, দুখিয়াৰ নিমিত্তে সেই কৰম কৰিবলৈ তেঁও আপোনাৰ সকলো ঐশ্বৰ্য্য সোলোকাই পেলালে, আৰু অকল চিওন পৰ্বতত মই নে থাকোঁ, তেঁও এনে অধিকাৰ কৰা সুনিলোঁ। সিবিলাকে আৰু বুলিলে, স্বভাৱেৰে মগনিয়াৰ আৰু গোবৰৰ দমত জনমা, এনে অনেক জাত্রিবোৰক তেঁও ৰাজ কোঁঅৰ কৰিলে।

এই ৰূপে দাম নিসালৈ কথোপকথন কৰি সিবিলাক ৰখ্যা হবৰ নিমিত্তে আপোনাক অধিকাৰৰ হাতত সমৰ্পন কৰি সুলেগৈ। বেলি ওলোআ দিসে চোআ খিলিকি দুআৰ থকা এখন ডাঙ্গৰ ওপৰ খোঁটালিত খ্রিষ্টিয়ানক সুআলে। তন্তে অৰুন উদইলৈকে খ্রিষ্টিয়ানে টোপনিত্তে থাকি, পাচে সাৰ পাই উঠি এই বচন গালে।

এতিয়া কেনে ঠাইত নো আচোঁ,
দেখোঁ আতি চমত্কাৰ;
জাত্রি লোকক য়িচু কি নো
কৰে মৰম উপকাৰ!
তেঁও খেমিলে ক্রিপা কৰি,
মই জি পাপি লোক অধম,
প্রেম আনন্দে মন পুৰালে,
কৰি স্বৰ্গ বাসিৰ সম।

এই ৰূপে পুআ সকলো উঠিলত আৰু কিচু কথা বাত্রা হৈ সিবিলাকে খ্রিষ্টিয়ানত কলে, এই ঠাইৰ আচৰিত বস্তু নে দেখাঁও মানে তুমি জাব নোআৰা। এই হেতুকে সিবিলাকে তাক পুথি পাঞ্জি পৰ্হা খোঁটালিলৈ নি অতি প্রাচিন বুৰঞ্জি দেখালে; তাৰ ভিতৰত সেই পৰ্বতৰ অধিকাৰৰ বংসাৱলি প্রথমতে দেখালে, তেঁও অনাদি জনমৰ দোআৰাই অনাদি জনৰ পুত্র হৈছিল; এই সমাজিকৰ কথা মোৰ মনত পৰিচে। আৰু তেঁও জি জি কৰম কৰিলে, তাৰ বহুল বিবৰন, আৰু তেঁও জি হেজাৰ হেজাৰ সেৱক আপোনাৰ কৰমত গ্রহন কৰিলে, সিবিলাকৰ নাম, আৰু কাল বিস্তাৰ বা সৃষ্টি অৱসানত জি জি বসতি খই নে জাই, এনে বসতিত তেঁও কি ৰূপে সিবিলাকক থলে, সেই সকলো কথা তাতে লিখা আচিল।

পাচে অধিকাৰৰ কোনো কোনো সেৱকে জি প্রসংসাৰ জোগ্য কৰম কৰিলে, বিসেসকৈ সিবিলাকে জি ৰূপে ৰাজ্যক পৰাজই কৰিলে৷ আৰু ধৰম কৰম কৰি প্রতিগ্যাৰ ফল পালে, সিংহৰ মুখ বন্ধ কৰিলে, অগ্নিৰ তাপ মুমালে, তৰোআলৰ মুখৰ পৰা উধাৰ হল, দুৰ্বল হোআৰ পৰাও বলি হৈছিল, জুধত জয়জুক্ত হৈ বিৰোধ হোআ সৈন্যবোৰক খেদালে, এই সকলো কথা তাৰ আগত পৰ্হি সুনালে।

সেই ঘৰৰ বুৰঞ্জিৰ আন ভাগত এই কথা পৰ্হি দেখুআলে, জিবিলাকে সেই প্রভু আৰু তেঁওৰ কৰমৰ বিৰোধে আগেয়ে অনেক অনেক অপৰাধ কৰিলে, সিবিলাকক আদি কৰি সকলকো পুনৰ বাৰ আপোনাৰ অনুগ্রহত গ্রহন কৰিবলৈ তেঁওৰ ইচা আচে। তাত বাজে আন আন পুথি আৰু অনেক আচৰিত বস্তু খ্রিষ্টিয়ানে দেখিবলৈ পালে; পুৰনি আৰু নও, ভবিস্যত বাক্য, আৰু সত্রুৰ ভই বিনাই কৰোআ, জাত্রিকৰ সুখ সান্তনা কৰোআ জি কথা আৰু প্রতিগ্যা অৱস্যে ঘটিব, সেই সকলো তাৰ মাজত আচিল।

পাচ দিনা সিবিলাকে তাক লৈ অস্ত্র থোআ খোঁটালিৰ ভিতৰলৈ গল; তাতে সিবিলাকৰ অধিকাৰে জাত্রিকৰ নিমিত্তে জুগুত কৰি থোআ নানা বিধ ৰমুআ সাজ, তৰোআল, ঢাল, টুপি, বুকুৰখি, সকলো ৰূপ প্রাৰ্থনা, অখই পইজাৰ আদি কৰি অনেক অস্ত্র সস্ত্র দেখালে। আকাসৰ তৰাৰ সমান অসংখ্যা লোকক অধিকাৰৰ সেৱাৰ নিমিত্তে ভুসিত কৰিবলৈকো সেই আহিলাই জুৰিব।

পাচে তেঁওৰ সেৱকে জি জি অস্ত্রেৰে আচৰিত কৰম কৰিলে, তাকো কেতবিলাক দেখাই দিলে। মোচাৰ ডণ্ড, আৰু চিচিৰাক বধ কৰা য়াএলৰ গজাল হাতুৰি, আৰু জি কলহ, ভেৰি, চাকিৰে সৈতে গিদিওনে মিদিয়ানৰ ফৌজক খেদালে, সেইবোৰকো দেখালে। আৰু স্যামগৰে জিহেৰে চ স মানুহ মাৰিলে, সেই গৰুৰ কাঁটি; আৰু চিমচোনে জিহেৰে মহা আচৰিত কৰম কৰিলে, সেই গালৰ হাৰ; দাবিদে জি-

হেৰে গাত নগৰৰ বিৰ গালিয়তক মাৰিলে, সেই কিৰা দলি আৰু সিল; আৰু প্ৰভুএ সংহাৰ কৰিবলৈ উটা দিনাই তেঁও জি তৰোআলেৰে পাপ পুৰুসক নষ্ট কৰিব, সেই সকলোকে আৰু আন আন উত্তম বস্তুবো দেখাই দিলে তাতে খ্ৰিষ্টিয়ানৰ বৰ সন্তোস হল। পাচে এই সকলো কথাৰ অন্তত সিবিলাকে পুনৰ বাৰ সয়ন কৰিলে।

পাচে মই সমাজিকত দেখিলোঁ, পুৱা হলত খ্ৰিষ্টিয়ান উটি আগ বাৰ্হি জাবলৈ উপাই কৰিলে; কিন্তু আৰু এদিনলৈ পলম কৰিবৰ নিমিত্তে সিবিলাকে তাক বিনই কৰি কলে, কাইলৈ জদি দিন নিৰ্মল হই, তেন্তে তোমাক মনোহৰ পৰ্বতবিলাকক দৰ্সন কৰাম, তাতে তোমাৰ আৰু বৰ সান্তনা হব, কিয়নো আমি থকা ইয়াতকৈ সেই পৰ্বত তোমাৰ বাঞ্চিত থানৰ ওচৰ। এই কথা সুনি খ্ৰিষ্টিয়ান মান্তি হৈ ৰল। পাচে পুৱা হলত সিবিলাকে ঘৰৰ ওপৰ চোতাললৈ খ্ৰিষ্টিয়ানক নি দখিন ফাললৈ চাব দিলে। তেতিয়া সি চাই দুৰৈত গচনি, পনিয়ালৰ খেতি, নানা বিধ ফুল আৰু গুটি, পুঞ্জ আৰু ভুমুক, এই সকলোৰে ভুসিত এখন অতি উত্তম আৰু দেখিবলৈ বৰ সুন্দৰ দেস দৰ্সন পালে। পাচে সি সুধিলে, সেই দেসৰ নাম কি? সিবিলাকে বোলে, সেই দেস ইমানুএলৰ ৰাজ্য; আৰু এই পৰ্বত জেনে, সিও তেনেকৈ সকলো জাত্ৰি লোকলৈ উমৈহতিয়া হৈচে। সেই ঠাই জেতিয়া পোআ, তেতিয়া তাত থকা মেৰ ৰখিয়াই দেখালে তুমি সেই ঠাইৰ পৰা চাই স্বৰ্গিয় নগৰৰ দুআৰ দেখিবলৈ পাবা।

পাচ দিনা খ্ৰিষ্টিয়ানে আকও আগ বাৰ্হিবলৈ ধৰাত সিবিলাক অমান্তি হোআ নাই, কিন্তু বাটত কি জানি কোনো সত্ৰুএ খ্ৰিষ্টিয়ানক আক্ৰমন কৰিব, এই সংসয়েৰে সিবিলাকে তাক বুলিলে, আঁহা, আমি আৰু বাৰ অস্ত্ৰ থোআ থোঁটালিৰ ভিতৰলৈ জাওঁহক। তালৈ গলত সিবিলাকে অচেদ অভেদ সাজেৰে মুৰৰ পৰা ভৰিলৈকে খ্ৰিষ্টিয়ানক সজালে। এই ৰুপে সুগুত কৰা হলত খ্ৰিষ্টিয়ানে সেই মিত্ৰবিলাকে সৈতে দুআৰৰ বাহিৰ হৈ দুআৰিত সুধিলে, তুমি কোনোবা জাত্ৰি লোকক এই পোনে দি জাবৰ দেখিলা নে?

দুআৰিএ উত্তৰ কৰিলে, বোলে, হই, এজনক দেখিলোঁ।

খ্ৰিষ্টিয়ান। বিনই কৰিচোঁ, তাক চিনিলা নে?

দুআৰি। তাৰ নাও সুধিলোঁ; সি বোলে, মোৰ নাও বিস্বাসি।

খ্ৰিষ্টিয়ান। হঁা, মই তাক চিনোঁ, সি মোৰ নগৰৰ প্ৰতিবাসি, মোৰ ওচৰতে থাকে, মোৰ জনমা ঠাইৰে পৰা সি আহিল। তোমাৰ আন্দাজেৰে সি কিমান পালেগৈ?

দুআৰি। এতিয়া পৰ্বতৰ পইৰা পাব পাই।

তেতিয়া খ্ৰিষ্টিয়ানে বুলিলে, দুআৰি ককাই, ইস্বৰ তোমাৰ সহাই হওক, আৰু তুমি মোক জি অনুগ্ৰহ কৰিলা, তাৰ কাৰনে প্ৰভুএ সদাই তোমাক আসিৰ্বাদ বৰ্হাই দিওক। ॥



সিকলিৰে বন্ধা দুই সিংহৰ মাজত থকা বাটে জাওঁতে খ্ৰিষ্টিয়ানে ভয়ত থমকি ৰোআৰ নকচা।

## আব্রাহামলৈ অঙ্গিকাৰ কৰা দেস।

Lesson V.—Abraham, or the Promised Land.

নোহাৰ পুত্রবিলাকৰ অনেক সতি সন্ততি আছিল, আৰু সিইতৰো ভালেমান সতি সন্ততি হৈছিল; পাচে জগতত লৰহ মানুহ হল। সেই মানুহবিলাক ধৰমি নে অধৰমি? সিইত অধৰমি। গচ কাটি তাৰে সৰু মুৰ্তিবিলাক সাজি আপোনাবিলাকৰ আগত থৈ কলে, এইবিলাক আমাৰ ইস্বৰ, ইবিলাকে আমাক সৃজিলে, আৰু খাবলৈ আহাৰ দিএ; এই বেয়া কৰম মানুহবিলাকে কৰিলে।

জগতৰ প্রাই সকলো মানুহে সত্য ইস্বৰৰ সলনি মুৰ্তিবিলাক সেৱা পুজা কৰে। সেই মুৰ্তিবিলাক কেতিয়াবা কাঠৰ, কেতিয়াবা সিলৰ, নাইবা সোন ৰুপৰ পৰা সাজে।

মোৰ প্রিয় লৰাইত, জেতিয়া তোমোলাকে অলপ অলপ কথা কব পাৰিছিলা মাথোন, তেতিয়াৰে পৰা তোমোলাকৰ পিত্রি মাত্রিএ তোমোলাকক মুৰ্তি সেৱা কৰিবলৈ সিকোআৰ কাৰনে মই কিমান অসন্তোস কৰোঁ।

ইস্বৰে স্বৰগৰ পৰা মানুহবিলাকে মুৰ্তি সেৱা কৰা দেখি অতিসই খঙ হল। কিন্তু তেঁও সিইত সকলোকে নে মাৰিলে, কিয়নো প্রভু য়িচু মানুহবিলাকৰ পাপৰ কাৰনে মৰিব বুলি কলে।

তেতিয়া ইস্বৰে কলে, মই এটা মানুহ বাচিলৈ, মোক প্রেম কৰিবলৈ আৰু মোৰ দাস হবলৈ তাক সিকাম। আব্রাহাম নামেৰে এজন মানুহ আছিল, জাৰ পিত্রি আৰু মিত্তিৰবিলাকেও মুৰ্তি সেৱা কৰিলে।

ইস্বৰে আব্রাহামক কলে, তোমাৰ আপোনাৰ ঘৰ আৰু মিত্তিৰ কুটুমবিলাক এৰি, মই জি দেস তোমাক দেখাম, তালৈ জোআ; মই তোমাক আসিৰ্বাদ আৰু পালন কৰিম।

ইস্বৰে কলৈ পাঁচিচে, তাক আব্রাহামে নে জানিলে, তথাপি তেঁও আগ্যা দিয়াৰ নিমিত্তে সি গল। আব্রাহাম হলে আগ্যা মনা আছিল।

চাৰা নামেৰে আব্রাহামৰ এজনা ভাৰ্জা আছিল, জাক আব্রাহামে বৰ প্রেম কৰিছিলে। চাৰা আব্রাহামৰ লগত গল। আব্রাহামে মেৰচাগ, গৰু, গাধ কেতবিলাক আৰু সিইতক চৰাবলৈ চাকৰ আপোনাৰ লগত ললে।

কিন্তু গচ গচনি আৰু পথাৰবিলাকৰ বাহিৰে কেৱল অলপমান ঘৰ দেখিবলৈ পোআত আব্রাহামে ৰাতি কত থাকিব পাৰে! আব্রাহাম থাকিবলৈ তাম্বু ঘৰ আছিল, তেঁও দিঘল মাৰিবিলাকত পহু চালেৰে ঢাকি তাম্বু ঘৰ সাজিলে।

আব্রাহামে এঠাইৰ পৰা আন ঠাইলৈ তাম্বু ঘৰ লৰাব পাৰে, কিয়নো তেঁও ওখ পৰ্ব্বত আৰু বহল নদিবিলাকৰ ওপৰে ভালেমান ক্রোস জাব লাগিছিলে। পাচে জত গচ ফুল ঘাঁহ আৰু সস্যেৰে পুৰ আছিল, এনে এখান সুন্দৰ দেসলৈ আব্রাহামে আহিল; আব্রাহামে থাকিবলৈ এই ঠাই ইস্বৰে বাচি থলে, সেই দেসৰ নাম কিনান।

আব্রাহামে তাম্বু ঘৰত বাস কৰি থাকিল। কেতিয়াবা কেতিয়াবা তেঁও সিল দমাই বেঁটি সাজিলে, আৰু পহুবিলাকেৰে ইস্বৰলৈ বলি উচৰগা কৰিলে; আব্রাহামে কেতিয়াও মুৰ্তি পুজা কৰা নাই; কিন্তু কিনান দেসত থকা সকলোএ মুৰ্তি পুজা কৰে।

ইস্বৰে আব্রাহামত বাৰে বাৰে কলে, মই তোমাক আসিৰ্বাদ আৰু পালন কৰিম, কোনেও তোমাক দুখ দিব নোআৰে, ইস্বৰে কোআত আব্রাহামে আপোনাৰ ঘৰ এৰিলে দেখি, তেঁওলৈ ইস্বৰে সন্তোস হল; আৰু ইস্বৰে তেঁওক আপোনাৰ মিত্তিৰ বুলি কলে।

প্রিয় লৰাইত, তোমোলাকো আব্রাহামৰ নিচিনা হবা, আৰু সাস্ত্রত কোআৰ দৰে মানিবা বুলি আসা কৰিচোঁ। ইস্বৰে তোমোলাকক আপোনাৰ ঘৰ এৰিবলৈ দিয়া নাই, কিন্তু তেঁও তোমোলাকক ভাল, নম্র হবলৈ আৰু সত্য কথা কবলৈ, আৰু তেঁওক প্রেম কৰিবলৈ দিচে, আৰু তেঁও তোমোলাকক স্বৰগলৈ নিবলৈ অঙ্গিকাৰ কৰিচে। জদি ইস্বৰৰ আগ্যা মানা, তেঁও তোমোলাকক আপোনাৰ মিত্তিৰ বুলিব। ইস্বৰৰ মিত্তিৰ হবলৈ কিমান উত্তম। ক.

## পুৰনি অসম বুৰঞ্জি, নং ১৯ ।

Protap Singh—War with the Bengalis.

লাকনি কাতহাও (২৭) সঁকত মাঘৰ দিনত ৰজা দেৱৰ পুত্ৰ লাচিত গোঁহাই গুটি ওলাই মৰিল ।

পাচে ৰজা দেৱে ফাগুনৰ দিনত কাজলিলৈ মানুহ পঠাই নেওগৰ পুতেকত কোআলে, বোলে, দাঁতিয়লিয়া ৰজা সকলক আনি মোৰ আগ্যা কৰ, সকলোএ এঠাই হৈ বঙ্গালক ধৰক । পাচে নেওগৰ পুতেকে ৰজা সকলক আনি কাজলিত ৰজা দেৱৰ আগ্যা কলে । ৰজাৰ লেখা, কোচানৰ ধৰ্ম ৰজা ১, ডিমৰুআ ৰজা ১, হেঙ্গেৰা বৰিয়া ৰজা ১, সজাই ৰজা ১, মোগোৰা ৰজা ১, মানসিংহ ৰজা ১, সালধিআ ৰৰুআ ১, বামুন ৰজা ১, বৰ দুঅৰিয়া ৰজা ১, কান্তাম ৰজা ১, ৰুপসিংহ ৰজা ১, এই আঘেৰেটা ৰজাক নেওগৰ পুতেকে বঁটা বাহন দি বোলে, তইঁতে আঁমাৰ মানুহৰ লগত বঙ্গালক জুজগৈ । এই বুলি সমস্তকে ফাগুনৰ সেস পথত বঙ্গালক জুধ কৰিবলৈ পঠালে, পাচে সকলোএ গৈ, নিমিসাৰ গৰত জুধ ধৰিলেগৈ । পাচে বঙ্গাল ভাগিল, তাতে সদাৰি বঙ্গালক পালে; ঘোঁৰা পালে ৭ টা, তৰোআল পালে ৯ খন । পাচে আমাৰ সমস্ত লোকে আহি পখালিকুচিত ৰলহি । আৰু চতৰ দিনত নেওগে হাতি ডেকা ১, দিহিঙ্গিয়া লাকাত ১, লানফিমাৰ বঙহ দিহিঙ্গিয়াৰ বৰ হাজৰকিয়া ১, লানতিৰিঙ্গৰ বঙহ লেচাই সলগুৰিয়া হাজৰকিয়া ১, এই চাৰিক নেওগে বঙ্গালক জুধ কৰিবলৈ পঠালে ।

পাচে এই চাৰিএ গৈ জাখলিত দুদিন থাকি তাৰে পৰা গৈ, মধ্য ৰাতি বঙ্গালক বভি কুণ্ডত বেৰি ধৰিলে । তাতে বঙ্গালৰ চৰ্দাৰ সোবন খাঁ পৰিল; আন বঙ্গালো বিস্তৰ পৰিল । পাচে আমাৰ মানুহে বঙ্গালৰ কোঁচত হিলৈ, তৰোআল, আন অস্ত্ৰ সস্ত্ৰ বিস্তৰ পালে; ঘোঁৰা পালে ১৪ টা । পাচে আমাৰ চাৰিও তাৰ পৰা উলটি আহি কাজলিত থাকিলহি । পাচে বহাগৰ দিনত সাৰি ডেকাকে, লাচামকে, এই দুইক সৈন্য সেনা দি পঠাই দিলে, বোলে, মিৰ বঙ্গাল চামৰিয়া গৰ এৰি সুদা গৰত চেক কৰ্চিদৰ লগত আছেগৈ, তইঁতে চামৰিয়াৰ গৰ লগে । পাচে চাৰিও গৈ চামৰিয়াৰ গৰ ললেগৈ । পাচে ঢেকেৰিৰ বৰ দলৈ মানুহে সহিতে ভাগি আহি আমাৰ মানুহৰ লগ ললেহি । পাচে আহাৰৰ দিনত ৰজা দেৱে নেওগৰ পুতেকে, হৰি ডেকাকে, এই দুইক বৰ দলৈৰ মানুহে সহিতে কলহি মুখলৈ জাব দিলে । পাচে সকলোএ গৈ গৰ বান্ধি থাকি লুইতৰ কাখৰত জুধ ধৰিলেগৈ । পাচে বলে নোআৰি বিহৰা বঙ্গাল সৈন্যে সহিতে ভাগি গল; বেলা লচকৰো ভাগি গল । পাচে আমাৰ হৰি ডেকাই, লাচামকয়ে, বৰ দলৈএ, এই তিনিএ বঙ্গালৰ এৰি জোআ বৰ নাও তিনি খন পালে । পাচে আমাৰ সকলো মানুহ উলটি আহি পুৰ্বৰ ঠাইতে ৰলহি ।

লাকনি খুতমিত (২৮) সঁকত নেওগৰ পুতেকে খাংলাই চেটিয়াকে, কোঁঅৰকে, লাংকাংত্যেনকে, বানফলিয়াৰ কলিয়া বৰাকে, ধৰ্মনাৰায়নকে, এই সকলক বঙ্গালক জুধ কৰিবলৈ পঠালে । পাচে সকলোএ গৈ পখালিকুচি পাই, নিমিসাৰ কোঁচত জুধ ধৰিলেগৈ; পাচে বঙ্গাল ভাগি পলাল । তাতে ঢেকেৰিৰ স্ৰিৰাইকে, ঘোঁৰা সাতোটাকে পাই আনি ৰজা দেৱৰ ঠাইলৈ দি পঠালে; পাচে আমাৰ সকলো মানুহ তাতে গৰ বান্ধি ৰল । পাচে নেওগৰ পুতেকে আমাৰ জোধা সকললৈ কৈ পঠালে, বোলে, সৰু ডেকা সাঁওকুচিলৈ জাওক; জদি তই কৰি নে জাই, তিৰোতাৰ মেখেলা পিন্ধক । পাচে আমাৰ সকলো বৰুআই এই কথা সুনি, চোৰাঙ্গ চোআ পঠাই বঙ্গালক ধৰিবলৈ বাট পথ চোআলেগৈ । পাচে চোৰাঙ্গ চোআ আহি কলেহি, বোলে, বাট পথ জাবলৈ আচল, এই কথাকে সকলেও নেওগৰ পুতেকলৈ কৈ আহিল ।

পাচে চেপেটা বৰুআকে, ৰুপধৰ কচাৰি হাজৰকিয়াকে, এই দুইক নেওগৰ পুতেকে হাজোলৈ পঠালে । পাচে দুয়ো গৈ, হাজোত

বঙ্গালক লগ পাই ৰাতিএ ধৰিলেগৈ । পাচে বঙ্গাল ভাগি পলাল; কতোবোৰ পানিত পৰি সোঁতত উটি গল, কতোবোৰ মৰিল । তাতে আমাৰ লোকে ঘোঁৰা পালে ৫ টা । পাচে ৰাতি পুআ আমাৰ মানুহে সোঁ কালে বঙ্গালক গৰত বেৰি ধৰিলে; বঙ্গালেও গৰৰ পৰা ওলাই আমাৰ মানুহক ধৰিলেহি ; পাচে আমাৰ মানুহে কঁৰিয়াই, গুলিয়াই, জাঠিৰে খুঁচি, টঙ্গনিয়াই জুধ ধৰিলে । বঙ্গালেও ঘোঁৰাত উঠি খেদি আহি জুধ ধৰিলেহি, তথাপি বঙ্গালে জুধে নোআৰি হহকি গৈ, সোন্দাৰ কোঁঠত ৰলগৈ । আমাৰ মানুহেও কোঁঠ বান্ধি সেই ঠাইতে ৰল । বঙ্গাল দুই চাৰি দিন থাকি সোন্দাৰ কোঁঠৰ পৰা পলাই গল । আমাৰ মানুহে মাৰি ধৰি তিনি প্ৰহৰৰ বাট খেদি নি বিজুলি নদি পালেগৈ । পাচে আমাৰ লাইখুৰুঙ্গজাঙ্গে ইটা খুলিৰ কোঁঠ ললেগৈ, লাচাম ফুকনে উতৰে সৰাই ঘাট ললেগৈ ।

পাচে দুই ফালে আমাৰ মানুহক কোঁঠ লবৰ দেখি সত্ৰাজিত নেবাবে কটকি পঠাই অনেক খনি প্ৰিতি কথা কৈ, আমাৰ নেওগৰ পুতেকৰ গালৈ পঠালে, বোলে, বৰ নেবাবৰ ঠাইলৈ আমাৰ সত্ৰাজিত নেবাবে কৈ আহিচে, বোলে, ভাই বৰ নেবাবে আমিএ একলাচ এক প্ৰিতি হৈ থাকিলে, তেবে কোনো কাৰ্জে নো ভালা ন হব, আত পৰে কি অসম্যা আচে? পাচে বঙ্গালৰ উকিলক ৰাখি থৈ আমাৰ নেওগৰ পুতেকে সকলো কথা ৰজা দেৱলৈ জনাই আহিল । পাচে ৰজা দেৱে প্ৰিতি ৰাখি, সত্ৰাজিতৰ উকিলক বিদাই দিব দিলে । পাচে আমাৰ নেওগৰ পুতেক বৰ ফুকনে অনেক খনি প্ৰিতি কৈ সত্ৰাজিতৰ উকিলক পঠাই দিলে । পুনৰ সত্ৰাজিতে ঘোঁৰা ১ টা, তাও তিনি মুঠা, এই সন্দেস দি কৈ আহিল, বোলে, ভাই বৰ নেবাবে আমিএ প্ৰিতিএৰে হাট বাট কৰি থাকোঁ। পাচে আমাৰ নেওগৰ পুতেক বৰ ফুকনে ভাল বুলি সলাগি সত্ৰাজিতৰ উকিলক বিদাই দিলে ।

পাচে বঙ্গালেৰে আমাৰে চ মাহ প্ৰিতিতে আচিলে । পাচে নেওগৰ পুতেক বৰ ফুকনে লেচাম বৰুআকে, লাহুতামকে, লানমুখুৰুলাইকে, এই তিনিক উতৰৰ সৰাই ঘাটত বঙ্গালক, ধৰিব দিলেগৈ । নেওগৰ পুতেক বৰ ফুকনে মানমুংচেং ৰাজ খোআই, এই দুয়ে পাণ্ডু কোঁঠত ধৰিলেগৈ । পাচে দুই ঠাইৰ বঙ্গালে কোঁঠ এৰি ভাগি, সিয়ালকুচিত ৰলগৈ। পাচে বঙ্গালে সিয়ালকুচিৰ পৰা নাৱে আহি জুধ ধৰিলেহি । আমাৰ মানুহ হহকিল, নেওগৰ পুতেক বৰ ফুকনে দেখি, নাকৈ দাৰে গদিয়াই মানুহক ৰাখি জুধ ধৰাই অমৰা গুৰি পৰ্বতৰ বৰ সিলত থিয় হৈ আচিল । পাচে বঙ্গালে গুলি মাৰি পঠালে । মুখত গুলি লাগি নেওগৰ পুতেক বৰ ফুকন মৰিল । নাও ৪ খন, বৰ হিলৈ ১, বঙ্গালে পাই নিলে । পাচে দু দিন থাকি বঙ্গাল উজাই আহি আগিয়াঠুটিত ৰলহি । আগিয়াঠুটিতে বৰ জুধ লাগিল, আমাৰ মানুহ ৰব নোআৰি উজাই আহি সৰাই ঘাটত ৰলহি । পাচে এক দিনা বঙ্গালে আহি জুধ ধৰিলেহি, তথাপি বঙ্গালে বলে নোআৰি হহকি আমাৰ গৰৰ কিচু আঁতৰি কোঁঠ কৰি ৰলহি । তাতে তিন দিন থাকি, বৰ নাও ১০ খন, জুআৰু নাও ৩০০ আনি বঙ্গালে পুনৰ জুধ ধৰিলেহি; আমাৰ মানুহ ৰব নোআৰি হহকি আহিল। আমাৰ হিলৈ, নাও ১০ খন, বৰ হিলৈ ১, চান্দ কতুক বঙ্গালে পাই নিলে ।

পাচে নেওগৰ পুতেক বৰ ফুকন পৰিবৰ সুনি, ৰজা দেৱে লুকিতিৰিঙ্গকে, মদ নো খোআকে, এই দুইক পঠাই লাংমুংচেঙ্গক জুধৰ অধিকাৰ কৰি পাণ্ডুত থাকিব দিলে, লাচাম বৰুআক নাৱৰ অধিকাৰ কৰি দিলে । পাচে দুয়ো ৰজা দেৱৰ আগ্যা সুনি, গৰ প্ৰাঙ্কি আঁওতাই সাৱধানে থাকিল । এদিন বঙ্গালে বৰ নাও আনি, লোৰ কেঁকোৰা পেলাই লুইতৰ মাজত ৰল । জুআৰু নাও দুই কোখে বালিত ৰল । এদিন আমাৰে বঙ্গালেৰে জুধ লাগিল, অন্যো অন্যো বিস্তৰ মৰা মৰি হল; তথাপি কাকো কেৱে এৰা এৰি ন কৰিলে। পাচে বঙ্গালে আমাৰ লোকক উভাৰ নোআৰি, হহকি সিয়ালকুচিত ৰলহি ।

পাচে ৰজা দেৱে এই কথা সুনি দেও দেবিক পূজা দিলে। জুইতকো সুকুলা মহ্ চাৰি হাঁস, হাঁহ্, পাৰ, চাগ, আনো উপহাৰ বস্তু দ্ৰব্য দি পূজা কৰি, ৰজা দেৱে প্ৰাৰ্থনা কৰি বুলিলে, ব্ৰহ্মপুত্ৰে মোৰ সমস্থি প্ৰসন হৈ, জতকৰাৰ সুঁতি তৰ পেলোআ। পাচে ৰজা দেৱৰ প্ৰাৰ্থনাত থাকি, ব্ৰহ্মপুত্ৰে জতকৰাৰ সুঁতি তৰ পেলাই বঙ্গালৰ বৰ নাও জতে আচিলে, ততে তৰ পৰি নাও লাগি থাকিল।

পাচে ৰজা দেৱে লাইফুংজাঙ্গক পঠাই সকলতো কোআলে, বোলে, সমস্তে গৈ আগিয়াটুটিত গৰ দিয়কগৈ। পাচে সকলেও ৰজা দেৱৰ আগ্যাৰে গৈ আগিয়াটুটিত গৰ দি বলগৈ।

পাচে ফিৰিঙ্গি এটা সিয়ালকুচি কোঁঠৰ পৰা আহি সগুনলৈ হিলৈ মাৰিলে। আমাৰ মানুহে হিলৈৰ সবদ সুনি, খেদি গৈ ফিৰিঙ্গিটোক ধৰি আনিলে। পাচে সকলেও ফিৰিঙ্গিটোক লাইফংজাঙ্গত কৈ, ৰজা দেৱৰ ঠাইলৈ দি পঠালে, আৰু হাজোৰ সুঁতি সুকাই বঙ্গালৰ নাও লাগি থকা কথাও। পাচে ৰজা দেৱে এই কথা সুনি নাও ৬০ কুৰি, ভিতৰুআল হিলৈ যাৰি কিচু, কাঁৰি বাৰুৰতি, কাঁৰ কাঁৰকাই থৰা সকলো মুনিহ্ দহ্ হেজাৰ মানুহ্ তৰে পঠালে। নাচাম হাৰিকে ১, ভোৰোলা ১, থেকিয়াল ১, লেচাই ১, সাৰকিনা ১, মৰানপাতৰ ১, এই পাঁচক নাৱে, পঠালে আৰু চাউভাঙ্গ চাইটা পঠালে, আৰু লেচাই কৌৰনাতিলাঙ্গি ১, বিহুআ ১, নাহৈ ১, লেচামক্ৰাম্বা ১, এই চাৰিক তৰুআকে পঠালে। পাচে নাৱে তৰে সকলোএ আলচি সত্ৰাজিতক সিয়ালকুচিৰ কোঁঠত বেৰি ধৰিলেগৈ। বিস্তৰ বঙ্গাল পৰিল, বিস্তৰ ভাগি পলাল। পাচে বিষুলি বাজিৰ খাঁ কোঁঠৰ পৰা ওলাই লৰ মাৰি পানিত পৰি জাঁওতে আমাৰ মানুহে পাই জিয়াই ধৰি আনিলে। সত্ৰাজিত এল নাৱেৰে পলাই গল। আমাৰ মানুহে খেদি নি কলহি মুখ পালেগৈ। থানা থানা নামে বঙ্গাল এটা তিনি কুৰি নাৱেৰে ধৰিলেহি। পাচে আমাৰ মানুহে দুই কালে বেৰি ধৰি দু কুৰি নাও বাধি, পুনৰ আমাৰ মানুহে খেদি গৈ চন্দনা কোঁঠ পালেগৈ। তাৰ পৰা আমাৰ মানুহ্ তিন দিনে উজাই আহি সিয়ালকুচিৰ কোঁঠ পালেহি। আমাৰ মানুহে বঙ্গালৰ পালে নাও ৩০০, বৰ হিলৈ ৩০০, তৰোআল ১৬০, জামদাৰ ২২, লোহোৰা ১০০, নাৰৰ কেঁকোৰা ৯ টা, বাৰু ৭৬, চেঙ্গা হিলৈ ৬০, হাত হিলৈ ১৪০, সোন ৰুপ আদি কৰি বিস্তৰ বস্তু পালে।

পাচে ৰজা দেৱে আমাৰ মানুহক সিয়াল কুচিৰ বঙ্গাল কোঁঠ মাৰিবৰ সুনি সমস্তকে জাব দিলে হাজোৰ কোঁঠলৈ। সকলেও গৈ হাজোৰ কোঁঠ পালেগৈ। পাচে কোচানৰ লখিমি সিংহ্ ৰজাৰ নাতিএক জই সিংহে ভাল ঘোঁৰা এটা আনি গজপুৰত ৰজা দেৱক সেৱা কৰিলেহি।

পাচে মাঘৰ দিনত ৰজা দেৱে বৰুআ ফুকন সকলোলৈকে আগ্যা কৰি পঠালে, বোলে, এৰ্কনদি নেৱাৰে আমাত জি ৰুপে বৰে, সেই ৰুপে কৰিৰ। পাচে ৰজা দেৱৰ কথা সুনি বৰুআ ফুকন সমস্তে আলচ কৰি ধৰ্মনাৰায়নক পঠাই নেৱাৰ মুহৃদিৰে কথা বাত্ৰা হৰ দিলে। পাচে ধৰ্মনাৰায়নেও গৈ নেৱাৰে সৈতে কথা বাত্ৰা হল, পাচে নেৱাৰে বোলে, ভাল, মই আপুনি গৈ ৰজা দেৱত ৰবিমগৈ। এই বুলি সমস্তে কথা সলাগি ললে; পাচে ধৰ্মনাৰায়নে আমাৰ মানুহে সৈতে বঙ্গালৰ কোঁঠৰ পৰা হাজোলৈ আহিল।

পাচে বৰুআ ফুকন সকলেও লাইফংজাঙ্গক পঠাই, নেৱাৰে ৰৰিৰ খোজা কথা ৰজা দেৱলৈ জনাই পঠালে। পাচে ৰজা দেৱে এই কথা সুনি তিৰিংফিংচেঙ্গক পঠাই দিলে। আৰু ফিমাৰ বঙ্গহ্ মমাই তামুলিক সমস্তৰে অধিকাৰ কৰি পঠালে। নেৱাৰে সৈতে কথা বাত্ৰা হৰ দিলে; পাচে দুয়ো গজপুৰৰ পৰা ভটিআই হাজো পালেগৈ। পাচে ভেলাই বৰুৱাত তিৰিংফিংচেঙ্গে ৰজা দেৱৰ আগ্যা কলে, বোলে, নেৱাৰ মুহৃদি বহা সাৰলৰত আচে। তই গৈ নেৱাৰক হাজোলৈ অনগৈ। পাচে ৰজা দেৱৰ আগ্যাৰে ভেলাৱো গৈ নেৱাৰত কলেগৈ। নেৱাৰে বোলে, ভাল, মই জাম, এই বুলি

নলাগি নলে। পাচে ভেলাই উলটি আহি তিৰিংফ্লিংচেজত কলেহি। পাচে আনেকো দিনা পুআ ভেলায়ে গৈ নেবাবে নৈতে কথা বাত্ৰা হৈ উলটি আহোঁতে বঙ্গাল এটাই গৰৰ ভিতৰতে ভেলাইক খুঁচিলে, ন মৰিল। এই কথা নগৰ মানুহ এটা নৰ মাৰি আহি, তিৰিংফ্লিংচেজত জনালেহি, বোলে, বঙ্গালে ভেলাইক খুঁচিলে, হাজোত বন ধৰিবলৈকো জুগুত হৈছে। পাচে বঙ্গালে কোঁঠৰ ভিতৰত হুল খুল লগালে; পাচে নেবাবে উটি কথা ভাল ন হই বুলি, সকলো বঙ্গালক বাধা কৰি ৰাখিলে। পাচে ভেলাইক জিটো বঙ্গালে খুঁচিলে, বিচাৰ কৰি বঙ্গালটোক নেবাবে ধৰি আনি কাটিলে। নেবাবে বঙ্গালৰ মুৰটো আমাৰ ফুকন বৰুআৰ ঠাইলৈ দি পঠালে।

পাচে আনেকো দিনা ৰাতি পুআ তিৰিং ফ্লিংচিজে ধৰ্মনাৰায়নক পঠাই নেবাবক আনিব দিলেগৈ। পাচে ধৰ্মনাৰায়নে নেবাবক হাজোলৈ আনিলে। নেবাবৰ লগত চোট নেবাব আহিচিলে, মিৰ্জা আহিল ১, মিৰ্জা সাচিল ১, চাৰাজ ১, চুহাচা ১, আৰু বিস্তৰ মগল পাঠান আহিচিলে। নেবাবে অনা সন্দেসৰ লেখা দন্তাল হাতি ৪ টা, মাখুন্দি ৫ জনি, ঘোঁৰা ৭ টা, অলঙ্কাৰে নৈতে সজাই আনিচিলে। পাচে আমাৰ তিৰিংফ্লিংচেজে নেবাবৰ লগত মানুহ নিয়মকৈ দি লুইতে উজাই আহি বালি এখনত ৰলহি। আৰু নসিৰা নামে বঙ্গাল এটা আপোনাৰ মানুহে নৈতে নাহিল। পাচে তিৰিং ফ্লিংচেজে সকলেৰে আলচি গৈ হিৰা বঙ্গালক কাটিলেগৈ, তাৰ লগৰ মানুহকো কাটিলে; তাৰ ইটা মাটিৰ গৰকো ভাঙ্গিলে, তাৰ বৰ সৰু হিলৈ পালে ৫৬০, তৰোআল পালে ১০০, এক কোঁঠত পালে এই ধনি, আৰু কোঁঠত পালে বৰ সৰু হিলৈ ২০০০, তৰোআল পালে ৪০০০, জামদাৰ ৭০০, ধনুআ চুৰি ৭০০, ৰাধৰ পতা টাৰ ২, মুকুতা লগোআ ৰাধৰ পতা নলি ৩, সোনৰ ৰাধৰ পতা বাজু বন্ধা ২, সোনৰ খাৰু ১ জোৰ, সোনৰ ৰাধৰ পতা কৰালি দু গচ, সোনৰ পেচন্দাৰ এধাৰ, ৰুপৰ খাৰু তিনি জোৰ, ৰুপৰ বেৰ্হা এগচ, সোনৰ নাল লগা ৰুপৰ চৰিয়া ১ টা, এই বস্তু সকল হাজোৰ পৰা বৰ বৰুআই বৰা দেৰলৈ দি পঠালে। লানমুখুৰ বৰ ফুকন ১, লাচাম বৰুআ ১, এই দুয়ে আহি পাণ্ডু সৰাই ঘাট ললেহি। তিৰিংফ্লিংচেজে সমস্ত লোকেৰে উজাই আহিল।

---

## মৈদামত জিয়াই থোআ এটি কেঁচুআ চোআলিৰ কথা।

The Buried Child.

মিস্যনেৰি ৰিপচিতৰি সম্বাদ পত্ৰত ১৮৪২ সঁকত এই কথা লিখা পাইচোঁ। মফেট চাহাব নামে দখিন আফ্ৰিকাৰ বেচুআনা দেসত থকা ওএচলিএন পাদুৰি চাহাবৰ ঘৰলৈ এক ৰাতি পুআ বেচুআনা মানুহ এটা গৈ চাহাবত সুধিলে, চাহাব, তোমাৰ মেকুৰি পোআলি এটা হেৰাইচে নে? চাহাবে বুলিলে, নাই হেৰোআ, কি কাৰনে সুধিচা? বেচুআনা মানুহটে কলে, হাবিৰ মাজত মেও মেও কৰি চিঁয়ৰা জেন আমি সুনিচোঁ। তেনেতে আৰুও এটাই আহি চাহাবত সেই চিঁয়ৰা কথাকে সুধিলে; সেই ৰুপে আৰু ত্ৰিতিয়টেও আহি একে তাৰে সোধাত মফেট চাহাবে আচৰিত কথা জেন মানি বাহিৰ ওলাই, হাবিত কিহৰ এনে সবদ হৈছে বুলি বিচাৰিবলৈ গল; তেঁওৰ পিচত মেম চাহাবো লৰিল। পাচে চাহাবে হাবিত অনেক বেলা ফুৰি সেই সবদ সুনিবলৈ কান পাতি থাকিল; তথাপি একোৱো মাত নু সুনিলে। সেসত তেঁও এটা সৰু মাত সুনিলে বুলি ভাবি, ভালকৈ কান পাতি জানিলে, সেই সবদ মাটিৰ ভিতৰৰ পৰা ওলাইচে। তেতিয়া চাহাবে চাপৰি মাটিত কান দি সুনি, মাত জি ঠাইৰ পৰা ওলাইচিল, সেই ঠাই বিচাৰি পাই, তাতে মেকুৰি পোআলিএ মতাৰ গতে এটি সৰু নিৰ্বলি মাত সুনিলে। তেতিয়া চাহাবৰ হাতত কোৰ কটাৰি একো ন থকাত আপোনাৰ হাতেৰে আঁচুৰি আঁচুৰি বুৰ বুৰিয়া মাটি আৰু বালি গুচালত এটা বৰ সিল পালে। পাচে



সেই সিলটো উলিয়ালত তেঁও কি পালে বুলি তুমি ভাবিচা? মেকুৰি পোআলি পালে নে? ন হই, কেঁচুআ চোআলি এটি পালে! সেই চোআলিটি তাত কোনে পুতি থব পাই? তাইৰ আপোন মাকেই থলে! তাই আপোনাৰ জিএকক চেনেহ্ বেথা ন কৰে দেখি তাতে মৰিবৰ নিমিত্তে পুতি থলে। সেই গাঁতত চোআলিটি ওৰে ৰাতি থকাতো ন মৰিল দেখি বৰ আচৰিত কথা হই। কিন্তু ইশ্বৰে সেই অনাথ চোআলিটিৰ মাত সুনি বাত্ৰা কোআ বেচুআনা মানুহৰ দোআৰাই মফেট চাহাবক আনিবলৈ পঠালে। তেতিয়া মফেট চাহাবে মৈদামৰ পৰা চোআলিটিক তুলি লৈ মেম চাহাবৰ হাতত সমৰ্পন কৰিলে। তাতে মেম চাহাবে গাখিৰ খুআই খুআই ডাঙ্গৰ কৰিলে। এতিয়া সেই চোআলি বাৰ্হি চৈধ্য বচৰ বয়সিয়া হল, আৰু মফেট চাহাব মেম চাহাবৰ লগত ইঙ্গলণ্ডত আচে। ন. স. ফ.

---

## ৰাঙ্গ কুকুৰৰ অদ্ভুত কথা।

Children found among Wolves.

ৰমুলচ আৰু ৰিমচ, এই দুজন ভায়েকে ৰাঙ্গ কুকুৰৰ তন পানৰ কথা ৰোম দেসৰ পুৰনি বুৰঞ্জিত লিখা আচে, ইয়াক সকলো পৰ্হা লোকবিলাকৰ স্মৰনত থাকে; কিন্তু সেই কথা কেৱল গপ বুলি তাৰ প্ৰমান বিচাৰিবলৈ কেৱে চেষ্টা কৰা নাই। গত ইঙ্গৰাজি আগষ্ট মাহৰ জন্তুৰ ব্ৰিত্তান্ত পুথিত এনে এটা আচৰিত কথা পাইচোঁ।

কাপ্তান এজৰ্তন চাহাবে আপোনাৰ জাত্ৰাৰ কথাত ইয়াকে লিখিচে, অজোধ্যা দেসত থকা কৰ্নেল চিলিমন চাহাবে আমাৰ আগত ৰাঙ্গ কুকুৰে ধৰা লৰাৰ কথা কৈচিল, বোলে, ৰাঙ্গ কুকুৰে তোলা দুটি লৰা দেখিচিলোঁ, আৰু সিঁহতৰ মুখে সকলো কথা সুনিলোঁ। লখ্নৌ ৰাজ থানিত আৰু কানপুৰ নগৰত ৰাঙ্গ কুকুৰৰ বিসেস উত্পনৰ ঠাই, আৰু মাজে মাজে তাৰ সৰু লৰাবোৰ ৰাঙ্গ কুকুৰে ধৰি নিএ। কিন্তু প্ৰায়ে খাই, কেতবোৰ তাৰ আপোনাৰ প্ৰবৰ্ত্তনৰ দৰে পালন কৰি সিকাই বুজাই থাকে। বচৰ দেক হৈচে, অজোধ্যা বাসি ৰজাৰ ঘোঁৰাত উঠা আদলি দুটা সেনাই গোমতি নদিৰ তিৰত ওলাই দেখিলে, তিনটা জন্তুএ পানি খাইচে; তাৰ মাজত দুটা ৰাঙ্গ কুকুৰৰ পোআলি, ত্ৰিতিয়টো পহুৰ নিচিনা, কিন্তু আন জাতি। তেতিয়াই সেই সেনাবিলাকে লৰি খেদি গৈ, সিঁহঁত তিনিকো ধৰি বান্ধি চাই দেখিলে, সিঁহঁতৰ মাজত এটা নাঙ্গটা সৰু লৰা। সিও পহুৰ নিচিনাকৈ চাৰি ভৰিএৰে খোজ কাৰ্হিবলৈ সিকিলে, আৰু সেই দৰে জোআৰ কাৰনে তাৰ হাতৰ তলুআ আৰু আঁঠু কৰ বান্ধি থুৱাৰ নিচিনা হৈচে। তাক ধৰাৰ সময়ত সি মানুহক আঁচুৰিবলৈ ধৰিলে। তাৰ পাচে সেই লৰাক লখ্নৌ নগৰলৈ আনিলে, আৰু তাতে সি কিচু কাল জিয়াই থাকিল; এতিয়ালৈকো জিয়াই থাকিব পাই। তাৰ মাত একেৰিও নু ফুটিল; কোনো গিয়ানি কুকুৰৰ দৰে সঙ্কেতকৈ অলপ অলপ বুজিব পাৰে। ৰাঙ্গ কুকুৰৰ নক্চা ওপৰত লিখা আচে।



Victoria Adelaide Maria Louisa, Princess Royal.



Albert Edward, Prince of Wales.

## অনেক দেসৰ সম্বাদ ।

**Journal of Events.**

ইঙ্গলণ্ড দেসৰ ৰুপৰ মোহৰ কৰা ওআয়ন চাহাব নামে এজন গিয়ানৱন্ত লোক জোআ বচৰত মৃত্যু হল । মহা ৰানিৰ প্ৰথমে ওপজা পুতেক জিএক দুজনৰ মূৰ্ত্তি তেঁও মোহৰত মাৰিলে । সেই মোহৰৰ পৰা ওপৰৰ নকচা লিখা হৈচে । বাঁও ফালে ৱিক্তৰিয়া আদিলেদ মাৰিয়া লুইচাৰ নকচা, ২১ নৱেম্বৰ ১৮৪০ শঁকত জনমিল । সোঁ ফালে আল্বৰ্ত্ত এডোআৰ্দ নামে প্ৰধান কোঁঅৰৰ নকচা; ১৮৪১ শঁকৰ ৯ নৱেম্বৰ তাৰিখত তেঁও জনমিল ।

ইঙ্গলণ্ডৰ প্ৰধান ৰাজ মন্ত্ৰি লৰ্ড জন ৰচেল চাহাবে মহা ৰানিৰ আগত নিবেদন ৰুপে আপোনাৰ ৰাব সমৰ্পন কৰিলত মহা ৰানিএ লৰ্ড ডৰ্বি চাহাবক প্ৰধান ৰাজ মন্ত্ৰি পাতিলে ।

ইচবেলা নামে ইস্পানিয়া দেসৰ মহা ৰানিৰ প্ৰথমে জনমা জিএক উপজিলত ইশ্বৰক স্তুতি কৰিবৰ নিমিত্তে ফেব্ৰুআৰি ২ তাৰিখত গিৰ্জালৈ গল । সেই সময়ত মেৰিনো নামে এজন ৰুমিয়া পাদুৰিএ হাতত দৰ্খাস্তৰ নিচিনা কিবা লৈ মহা ৰানিৰ ওচৰলৈ গৈ বেগাই তেঁওৰ হাতত ধৰি গুপুতে ৰখা চুটি তৰোআল উলিয়াই মহা ৰানিৰ কোখত খোঁচ মাৰিলে । আৰু ৰাৰ খুঁচিবলৈ ধৰাত এজন মন্ত্ৰিএ ক্ৰহিয়াক ধৰি তাৰ তৰোআলেৰে এটা কোৰ পাই তেঁওৰ আঙুলি প্ৰায়ে চিগিল । মহা ৰানিক খোঁচাত ৰখকৈ এটাহ্ পাৰি মাটিত পৰি মৰাৰ নিচিনা হল, তেজো ৰৰকৈ বৈ গল । পাচে তেঁওৰ কাপৰ সলকাই কামি হাৰৰ তলত তৰোআল সোমোআ ঘা দেখিলে, কিন্তু কাপৰৰ সাজ ডাঁঠ হোআ হেতুকে প্ৰান ন মৰাকৈ ৰল । মহা ৰানিৰ দুহিত্ৰিক নিয়া ধায়ে ভয়েৰে বিমূৰ্চ্চিত হৈ সৰু চোআলিটি মাটিত পেলালে । ৰজাও ৰৰ ভই পাই তিনি চাৰি দিন জৰ নৰিয়া হৈচিল । সেই ৰাজ ক্ৰহিয়াক পাচৰ সনি ৰাৰত গাৰোত জন্ত্ৰেৰে ভিজি চেপা দি মাৰিলে ।

ৰানাৰচ নগৰৰ ওচৰত ৯০ টা সোনৰ মোহৰ মাটি খানি পোআ গল, সেই কেইটা মোহৰ গৱৰ্নমেন্তে ললে, কিন্তু তাৰ ৫৮ টাৰ আখৰ খই জোআত মাতিব নোঅৰা দেখি নিলামকৈ বেচিলে । আখৰ থকাবোৰক কম্পানিৰ অধিকাৰৰ নিমিত্তে ইঙ্গলণ্ডলৈ পঠাইচে । তাত লিখা ৰজাৰ নাম চন্দ্ৰগুপ্ত, সমুদ্ৰগুপ্ত, কুমাৰগুপ্ত, মহেন্দ্ৰগুপ্ত, এই সকলো ৰজাৰ কেতখনি মোহৰ তাৰ মাজত আচিল ।

মৰি নগৰত থকা কাপ্তান কলৰি চাহাবে বাঘক মাৰিবলৈ জাঁওতে এটা ডাঙৰ মতা বাঘ পাই হিলৈৰে গুলিয়াই মৰাত মৰিল বুলি জানি তাৰ ওচৰলৈ গল । পাচে হাতিৰ পৰা নামি বাঘ মৰা জেন দেখি তাক চাই থকাত অকস্মিতে বাঘ উঠি চাহাবক কামুৰি ধৰাত মাউতবিলাকে বৰ স্ৰমেৰেহে বাঘক খেদাব পাৰিলে । পাচে দুজন

ডক্তৰ চাহাবক মাতি অনাত সিবিলাকে তেঁওৰ বাঁও হাত নিচেই ভাঙ্গি জোল কৰা দেখি তাক বাবিচনিৰ ওচৰতে গুচালে; কিন্তু তেজৰ হানি আৰু বৰ দুখৰ কাৰনে জিব নোআৰি কাপ্তান চাহাব সেই ৰাতিতে মৰিল।

কচিনচিনা দেসত সেফলৰ নামে এজন ৰুমিয়া পাদুৰিএ সৰম কথা কিৰ্ত্তন কৰাত অধিকাৰবিলাকে এটা বৰ ওখ চতিত ফাঁচি দিয়া হল। প্ৰজাবিলাকে কি জানি তাক ৰখ্যা কৰি একআৰ, এই ভয়েৰে ১০,০০০ হেজাৰতকৈ অধিক সেনাৰে সৈতে অধিকাৰে তাক বেৰি থৰি ৰাখিলে।

হেৰ্নবেই নামে এক ঠাইত কোনো মানুহে ডাঙ্গৰ গচ কাটি পেলোআত তাৰ ভিতৰত এটা মেকুৰিৰ হাৰ পালে। আন্দাজেৰে মানুহে কই, সেই মেকুৰি গচৰ খোন্দত সোমাই ওলাব নোঅৰাত তাৰ ওপৰে গচৰ কাঠ চাল বাৰ্হি ঢাকি থলে।

ভুমাজৰ সমুদ্ৰৰ পৰা চুফ সাগৰলৈকে সাগৰৰ সুঁতি আগৰ কালত গৈচিল, স্মিকক্ষন নামে এজন ইংৰাজি চাহাবে এই কথাৰ প্ৰমান দেখাইচে।

জোআ ফেবৰুআৰিৰ ৫ টা বিস্রাম বাৰ আচিল; ১৮৮০ সঁকলৈকে সেই ৰুপে আৰু ন হব; তাৰ পাচে ১৯২০ সঁকত আকও সেই ৰুপে হব। কিয়নো ১৯০০ সঁকত ফেবৰুআৰিৰ ২৮ দিন মাথোন।

১৪৬ বচৰ বয়সিয়া ইস্পানিয়া তিৰোতা মানুহ মানিলা নগৰৰ ওচৰত আচে; তেঁওৰ ঘৰ নগৰৰ পৰা ৭ মাইল দুৰ; তেঁওৰ নাম এস্প্লিনোজা।

বৰ্কিনেদ নামে এখান ভাপ জাহাজ ৬০০ সেনাই সৈতে কেপ গুড হোপৰ পৰা পুব ফালৈ জাঁওতে জাহাজ সিলত খুন্দা খাই ভাগি ৬ মিনিটত নষ্ট হৈ তল গল। ৫০০ মানুহতকৈ অধিক মৰিল।

অষ্ট্ৰেলিয়া দিপৰ বিক্তৰিয়া নামে সোন থকা ঠাইৰ পৰা তিনি মাহৰ ভিতৰত ৭৬,০০,০০০ টকাৰ দাম সোন পালে।

ঘৰ পোৰে বুলি মাঘ চতত গঁয়াবিলাকে ঘৰ নে চাই; চাহাব লোকে হলে সেই কালত সৰহ কুলি পাই অনেক ঘৰ সাজি চাই চাই থাকে; কিন্তু এই কথাত ঘৰ পোৰাৰ একো প্ৰমান নোলাই।

নিগনি কুন্দা সাজোঁতে কাউৰিএ দেখিলে নে লাগে বুলি মানুহে কই। অৰুনোদই সম্পাদকে এই কথা সুনি দুটা কুন্দা সজাই এটা দিনটো বাহিৰে কাউৰিৰ আগত থলে, এটা ভিতৰত গুপুতে ৰাখিলে। পাচে সেই ৰাতিত জিটোক কাউৰিএ দেখিলে, তাত এটা বৰ এন্দুৰ লাগিল; সিটত তিন দিনৰ মুৰতহে লাগিল। ॥



## এপ্ৰিল, অৰ্থাত জেঠ মাহৰ পঞ্জিকা।

Almanac for May, A. D. 1852. Sal. Sac 1774.

| মেই | বহাগ | বাৰ | তিথি | দিন মান | মেই | জেঠ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৭ | ১২ | ১৩।২ | ১৬ | ৪ | ১ | ২৮ | ১৩।২১ |
| | | | | | ১৭ | ৫ | ২ | ২৮ | ১৩।২২ |
| ২ | ২১ | ১ | ১৩ | ১৩।৩ | ১৮ | ৬ | ৩ | ২৯ | ১৩।২৪ |
| ৩ | ২২ | ২ | ১৪ | ১৩।৪ | ১৯ | ৭ | ৪ | ৩০ | ১৩।২৫ |
| ৪ | ২৩ | ৩ | ১৬ | ১৩।৬ | ২০ | ৮ | ৫ | ১ | ১৩।২৬ |
| ৫ | ২৪ | ৪ | ১৭ | ১৩।৭ | ২১ | ৯ | ৬ | ২ | ১৩।২৭ |
| ৬ | ২৫ | ৫ | ১৮ | ১৩।৮ | ২২ | ১০ | ৭ | ৩ | ১৩।২৮ |
| ৭ | ২৬ | ৬ | ১৯ | ১৩।১০ | | | | | |
| ৮ | ২৭ | ৭ | ২০ | ১৩।১১ | ২৩ | ১১ | ১ | ৪ | ১৩।২৮ |
| | | | | | ২৪ | ১২ | ২ | ৫ | ১৩।২৯ |
| ৯ | ২৮ | ১ | ২১ | ১৩।১২ | ২৫ | ১৩ | ৩ | ৬ | ১৩।৩০ |
| ১০ | ২৯ | ২ | ২২ | ১৩।১৩ | ২৬ | ১৪ | ৪ | ৭ | ১৩।৩১ |
| ১১ | ৩০ | ৩ | ২৩ | ১৩।১৪ | ২৭ | ১৫ | ৫ | ৯ | ১৩।৩২ |
| ১২ | ৩১ | ৪ | ২৪ | ১৩।১৬ | ২৮ | ১৬ | ৬ | ১০ | ১৩।৩৩ |
| ১৩ | ১ | ৫ | ২৫ | ১৩।১৭ | ২৯ | ১৭ | ৭ | ১১ | ১৩।৩৪ |
| ১৪ | ২ | ৬ | ২৬ | ১৩।১৮ | | | | | |
| ১৫ | ৩ | ৭ | ২৭ | ১৩।২০ | ৩০ | ১৮ | ১ | ১২ | ১৩।৩২ |
| | | | | | ৩১ | ১৯ | ২ | ১৩ | ১৩।৩৬ |

THE ORUNUDOI,
*Printed and Published by* O: T. CUTTER, *at the Sibsagor Mission Press*.—N. BROWN, *Editor*.

অৰুণোদই

৭ বচৰ। মোং সিৱসাগৰ, মেই, ১৮৫২। নম্বৰ ৫।

VOL. VII. SIBSAGOR, ASAM, MAY, 1852. NO. 5.

## আফ্রিকাৰ পচিম দেসবিলাক।

**Western Africa**

আফ্রিকাৰ পচিম ফালে বনি আৰু কালবাৰ, এই দুই নদি গিনিয়া সমুদ্রুত পৰিচে। বনি নদি মুখৰ ১৫ মাইল উজনিত বনি নগৰ আচে। তাত বৰ ঘাম, আৰু বিদেসি লোক থাকিবলৈ টান, জৰ নৰিয়া সদাই থাকে। তাৰ পৰা তালৰ তেল আৰু বন্দি কিনিবলৈ জাহাজবিলাকে জাই। আগৰ কালত বচৰি বচৰি ২০,০০০ মান বন্দি তাৰ পৰা নি বেচে-



আফ্রিকা নিবাসিৰ জুজু অৰ্থাত দেৱতা থকা ঘৰ।

African Juju House —From the Illustrated London News.

গৈ, এতিয়া ইঙ্গলণ্ডৰ ৰাজন্যাই নিসেধ কৰাত অলপ মাখোন চুৰকৈ বেচে। বচেৰেকত ১০ লাখ মান ৰূপৰ তেল বেচে।

পেপেল নামে বনিৰ ৰজা আচে, তেঁওৰ নকচা ইয়াত লিখা আচে। সি পিটিত বনিৰ



King Peppel, of Bonnytown.

মানুহৰ জুজু ঘৰ নামে দেৱালই লিখিলোঁ। বনত জিনা সক্রবোৰৰ মুৰৰ খোলাৰে তাক লোভা কৰা হৈচে; ঘৰৰ মাজত গাওনা নামে এক জন্তু দেৱতা বুলি তাৰ চালৰ মোটত খেৰ ভৰাই জিয়া জন্তুৰ আক্রিতিএৰে ৰাখে। সেই বিধ জন্তু জিয়াই থাকোঁতেও পবিত্র বুলি মানে; কোনোএ তাক যদি দুখ দিএ, একে বেলিএ সেই মানুহক মাৰে। গাওনা পহুৰ তলত জি মুৰৰ খোলাত চৰাইৰ পাখি লগা হৈচে, সেই-বিলাক সেনাপতি বৰ লোকৰ মুৰ; তলত উৰ্চ্গা হাতিৰ দাঁত ক্রেত খনি আচে। ৰাঁহেৰে জুজু ঘৰ সাজে, আৰু তাৰ ভিতৰত চাৰিও কালে খাজুৰ পাত আৰি দিএ। জেতিয়া জুজু পোৰো-হিতে চাগলি বলি কাটে, তেতিয়া তাৰ এটো-পা তেজ পাবলৈ সকলোবোৰে ৰৰকৈ খেদি জাই। নৰ বলিদানো কৰে, কিন্তু জেতিয়া ইঙ্গৰাজি ওচৰত থাকে, তেতিয়া প্রকাস ৰূপে ন কৰে, গুপুতে কৰে।

পেপেল ৰজা প্রাই ৩৩ বচৰ বয়সিয়া হৈ-চে, দহ বচৰৰ পৰা ৰজা হল। তাৰ এটা অলোভা কুচিত ৰাজ ঘৰ আচে। সি বেস্যাৰ নিচিনা, তাৰ তিৰোতা ৩০ জনি মান আচে; সিইঁতে সৈতে প্রাই কাল নিয়াই, আৰু চাকৰৰ দোআৰাই বেহা বেপাৰ কৰে, ধন পাবলৈহে ৰৰ লোভ। আফ্রিকাৰ আন মানুহতকৈ ৰৰন অলপ মুকলি। জাহাজৰ কাপ্তান চাহাবক জে-তিয়া লগ পাই, তেতিয়া বিদ্যা, ধৰম, আৰু বনৰ কথা সিকাবলৈ অধ্যাপক পঠাবৰ কাৰনে ৰৰকৈ ধৰে। নৰ বলি দিয়াৰ নিসেধ কৰিব-লৈ মোৰ মন আচে বুলি সি কই।

স্মিথ নামে এজন চাহাবে বনি ৰজাৰ কথাত লিখিচে, বোলে, আমি সেই ৰজাক দেখা পাঁও-তে এজনি চোআলি আৰু ২।৩ লৰাও প্রাই নাঙ্গটা হৈ তাৰ আল ধৰি থকাত সি ৰাজ খোঁটালিত হাজিৰি খাই আচিল। সি খোআ বস্তু কুকুৰা, মাচ, আলু, খাজুৰৰ ৰস, এইবোৰ হৈচিল। সেই খোঁটালিৰ সি মুৰে এটা সকত মানুহক ৰৰ পিঁপা এটাত দুই হাত মেলি গজাল মাৰি ৰান্ধি থোআ হৈচিল। তাৰ জগৰ জেতিয়া চাহাবে সুধিলে, তেতিয়া ৰজাই বুজিলে, সি ৰৰ দুষ্ট, ৬ তোখৰ বিস্কুট পিঠা কিনি আনিবলৈ পাঁচিলোঁ, কিন্তু পাঁচোটা মাখোন আৰু ভগা তোখৰ চাৰেক আনিলে; সি বোলে, কিনোতেই ভগা, কিন্তু মিচা, সি খাইহে ভাঙ্গিলে। তাতে চাহাবে অনেক কাৰন দেখালত ক্রমে তাৰ জগৰ খেমিবলৈ অনুমতি হোআত চাহাবে এভাল চে-পেনা আনি গজাল টানি উলিয়াই তাক মুকলি কৰিলে, তাতে সেই বন্দিএ চাহাবৰ উপকাৰ জানি বৰ মৰমেৰে চাই চাই আচিল।

কালাবাৰ নদি ফৰ্নান্দো পো মাজুলিৰ ওচৰে সাগৰত পৰিচে; তাৰ মুখত ৬০০০ নিবাসিএ সৈতে ইক্বুম নগৰ আচে; ইঙ্গৰাজি জাহাজৰ দোআৰাই বচৰি বচৰি ২৫,০০,০০০ টকা দা-মৰ বস্তু তালৈ নিএ; আৰু তেল কিনি উভতি জাই। তাৰ ৰজাৰ নাম আয়ো; তাৰ ৩০০

ভিৰোতা আছে; তাৰ অনেক সম্পতি আৰু গোলাম বন্দিও আছে। আগৰ কালত সেই নদিৰ পৰা পুতি বচৰে ১৫,০০০ হেজাৰ মান বন্দি বেচেগৈ।

আৰু পুৰনি কালাবাৰ নামে এখান নগৰ আছে, তাত থকা ৰজাৰ নকচা তলত লিখা আছে, তাৰ নাম আৰ্চিবল্ড ডুক। তাৰ গাত অনেক অলঙ্কাৰ, মুৰত কিৰিটিও আছিল। দুই বচৰ হল, তাৰ দদায়েক মৰিলত সি ৰাজ সাসন পালে। সেই দদায়েক মিত্যু হোআত তাৰ অনেক বন্দি বলি কটা হল।

আৰু বিনিন নামে এখান নদিত বিনিন নগৰ থাপন কৰা হৈছে। তাৰ ৰজাক দেৱতা বুলি মানে; সি ভাত পানি কেতিয়াও নে খাই বুলি প্ৰজাবিলাকে ভাবে। তথাপি সদাগৰৰ নিচিনা সি অনেক বস্তু বেহা বেপাৰ কৰাতো লাজ নে পাই; ৰজাৰ তেনে কৰমত অমৰ্য্যতা, ইয়াক নে জানে। ॥

## পিত্রি মাত্রিএ লৰাক কেনেকৈ সিকাই?

How Parents teach their Children.

জাৰ ঘৰত লৰা চোআলি থাকে, সেই ঘৰেই ঈশ্বৰৰ আসিৰ্বাদ পোআ হই। কিয়নো দেখা, সতি সন্তান নো হোআকৈ কিমান মানুহ আছে। সিবিলাকে দিনে ৰাতিএ সন্তানৰ মুখ দেখিবলৈ বাঞ্চা কৰে; তথাপি ঈশ্বৰ এনে অনুগ্ৰহৰ দান পাব নোআৰে। জেতিয়া সিবিলাকে কেতিয়াবা কেতিয়াবা ঈশ্বৰলৈকো প্ৰাৰ্থনা কৰি খোজে; পাচে জেতিয়া ঈশ্বৰে দায়া কৰি সিবিলাকক কোনো লৰা চোআলি দিএ, তেতিয়া মাক বাপেকৰ আনন্দৰ পাৰ নাই কিয়া হই। আমাৰ লৰা চোআলি হৈছে বুলি বৰ চেনেহ বেথা কৰি পালি থাকে; আৰু দুখতো জেতিয়া লৰা চোআলিৰ মুখ দেখিবলৈ পাই, তেতিয়া সকলো মনৰ দুখ গুচে। ঘৰত কোনো লৰা চোআলি হলে, মাক বাপেকৰ সান্ত্বনাৰ ভঁৰাল হই, তাৰে পৰা দুখৰ কালতো সুখ পাই। প্ৰিথিবিৰ মাজত মাক বাপেকলৈ সন্তানত বাহিৰে আন কোনো অমূল্য বস্তু নাই। জেতিয়া কোনো মাক বাপেকে এটি সন্তান পাই, তেতিয়া কেনে স্ৰম কৰি তাক ডাঙ্গৰ দিঘল কৰে? জি জি বস্তু আৰ্জ্জে, তাৰ নিমিত্তে আগলৈ সাঁচি সাঁচি থই, আৰু দিনে ৰাতিএ তাক ভাল হবলৈ সিবিলাকে জতন কৰি থাকে; আৰু জেতিয়া আমি বুঢ়া বুৰি হম, তেতিয়া আমাৰ এই পো জিএ আমাক প্ৰতিপাল কৰিব বুলি অতি সান্ত্বনাৰে আসা কৰি থাকে। ঘৰত লৰা চোআলি হলে আপোনাৰ মাক বাপেকলৈ ইমান চেনেহৰ



King Archibold Duke, Chief of Old Calabar.

পাত্র হই। তথাপি ইমান চেনেহৰ পাত্র হলেও জেতিয়া সেই লৰা চোআলি দুষ্ট হৈ মাক বাপেকৰ আগ্যা ন মনা হই, তেতিয়া সি অতি অসন্তোসৰ কাৰন। তেনে দুষ্ট লৰা জদি মাক বাপেকৰ ঘৰত এক হেজাৰো হই, তেও তাত একো লাভ নাই।

হে পিত্রি মাত্রি সকল, তোমোলাকৰ লৰা চোআলি জেতিয়া বেয়া হৈ জাই, তেতিয়া কাৰ দোস বুলি ভাবিচা? লৰা চোআলিৰ দোস হই নে? তোমোলাকৰ লৰা চোআলিৰ দোস হওতে হই, কিন্তু ঘাই দোস হলে তোমোলাকৰ ওপৰতহে পৰিচে। জদি সোধা, কি ভাৱে আমি সিহঁতৰ দোসৰ হেতু হৈচোঁ? তেন্তে সুনা, তাৰ বহু প্রমান দেখাওঁ। তোমোলাকে আপোনাৰ সতি সন্তানক সৰু কালতে সিকাবলৈ সুম ন কৰিলা; আৰু জদি দাই জগৰ পাওতে কেতিয়াবা কেতিয়াবা সাস্তিও দিচিলা, তথাপি উচিত ভাৱে তাক ন কৰিলা। সেই কাৰনে তোমোলাকৰ সকলো চেনেহৰ পাত্র লৰাবোৰ দুষ্ট হৈ গল। তাতে তোমোলাকৰ অতি দুখ অপমান মনত সোমাই জুইৰ দৰে পুৰি পুৰি থাকে।

সকলো মাক বাপেকে আপোনাৰ সন্তানবিলাকক ৰাতিএ দিনে সিকাই সিকাই থাকে; নাই সিকোআ বুলি মই কোআ নাই, কিন্তু উচিত মতে নি সিকাই। জেতিয়া তোমোলাকৰ লৰাই আগ্যা নে মানে, তেতিয়া তোমোলাকে ৰব খঙ্গ কৰি মনৰ ত্রিপ্তি ন পলাই মানে সিহঁতক সাস্তি কৰিবা, আৰু চিঁয়ৰি চিঁয়ৰি ভাবি দিয়া। কিন্তু এনে সাস্তি আৰু ভাবি পোআত সিহঁত ভাল হওক চাবি বেয়াতকৈও বেয়া হৈহে জাই। আৰু জদি বাপেকে লৰাৰ জগৰ পাই সাস্তি দিএ, মাকে খঙ্গ কৰি, আপোনাৰ লৰাক কোলাত তুলি লৈ বৰ মৰমেৰে নিচুকাই। জদি মাকে কোনো সময়ত লৰা চোআলিক কোবাই তেতিয়া বাপেকে সহিব নোআৰি মাকক খঙ্গ কৰে, কেতিয়াবা কেতিয়াবা মোৰ লৰা কিয় মাৰিলি বুলি মাকৰো সাস্তি কৰে। পাচে লৰাই মাক বাপেকৰ এনে স্বভাও দেখি বৰ চল পাই। এই ৰুপে তোমোলাকে আপোনাৰ লৰাক সিকালে, আগলৈ ভাল হব নে? সি কেতিয়াও ভাল ন হই, আৰু তোমোলাকৰ কথাও নে মানি বেয়াহে হৈ জাব। কিন্তু জি ভাৱেৰে লৰাক সিকাব লাগে কওঁ, মন দি সুনা। জেতিয়া তোমাৰ লৰা চোআলিএ কোনো জগৰ কৰে, তেতিয়া তুমি চাবি বেলিলৈকে সিহঁতক তোমাৰ কোলাত বা ওচৰত লৈ মৰম আৰু চেনেহেৰে আৰু তোমাৰ মনৰ অসন্তোস দেখাই গধুৰ ভাৱে সিহঁতৰ অপৰাধ বুজাই দিয়া। পাচে জদি তেতিয়াৰ পৰা আগতকৈ কিচু ভাল কৰিবৰ দেখা, তেন্তে ভাল। কিন্তু জদি তোমাৰ কথা নু সুনে, তেতিয়া আকও তাক তোমাৰ ওচৰলৈ মাতি আনা, আৰু প্রথমে তাৰ ঘাই জগৰ বুজাই, পাচে ভালৈ মৰম কৰিহে সাস্তি দিয়া। কিন্তু জি সময়ত তোমাৰ মনত লৰালৈ খঙ্গ হৈ থাকে, তেতিয়া কোনো ৰুপেও সাস্তি বা ভাবি নি দিবা। কিয়নো খঙ্গ থাকোঁতে জদি লৰাক মাৰা, সেই লৰাৰ মন আগতকৈও কঠিন হব। তোমাৰ মনৰ পৰা নিচেই খঙ্গ মাৰ গলেহে লৰাক নির্জান ঠাইত নি তাৰ দোস বুজাই সাস্তি দিবা। আৰু জদি তোমাৰ লৰা ভাল হব লাগে, তেন্তে কেতিয়াও কেটৈৰ জেঙ্গৰ মাত নে মাতিবা। তাত বাহিৰে তোমাৰ লৰা চোআলি জদি ভাল হবলৈ তুমি কার্জাৰ কৰা, তেন্তে ঘনে ঘনে সাস্তি আৰ ভাবি দি নে থাকিবা। জদি ঘনে ঘনে তাৰ সাস্তি দিব খোজা, তেতিয়া সি ভাল হবৰ চাবি দুষ্ট হৈহে জাব। তাতে তোমাৰ সুখ সান্তি কেতিয়াও নাই, কেৱলে মনৰ সন্তাপেহে থাব। হাই হাই, জাৰ লৰা চোআলি দুর্জন হৈ জাই, সেই মানুহৰ ঘৰত কেনে অমঙ্গল। কুসল তাৰ পৰা ওলাই, আৰু মাক বাপেকৰ ওপৰতো ঈশ্বৰৰ ক্রোধ থাকে।

এই কাৰনে লৰা চোআলিবোৰক নম্র ভাৱে সিকাবলৈ জতন কৰা, আৰু বিসেসকৈ মাক বাপেকৰ সত কৰমৰ আর্হিএ সিহঁতৰ কোমল মন মগ্ন কৰা হওক। ন. ল. ক.

## জাত্ৰিকৰ জাত্ৰা, ৬ আধ্যা ।

The Pilgrim's Progress, Chapter 6

পাচে খ্ৰিষ্টিয়ানে আগ বাঢ়ি জাবলৈ ধৰাত সুবিবেকি, ধৰ্মিষ্ঠা, প্ৰেমকাৰি, সুবুধি, এই চাৰি জনি কন্যাই পৰ্বতৰ গুৰিলৈকে আগ বঢ়াই থবৰ ইচা কৰি তাৰ লগত গৈ আগৰ উপদেস বাটতে কৈ থাকোঁতেই পৰ্বতৰ পৰা নমা ঠাই পালে । তেতিয়া খ্ৰিষ্টিয়ানে বুলিলে, উঠোঁতে জেনে কঠিন, নামোতেও তেনে সঙ্কট হোআ জেন দেখোঁ । তাতে সুবুধিএ মাত লগাই কলে, হই স্বৰূপ; কিয়নো নম্ৰ নামে জি খালত তুমি এতিয়া নামিচা, তাত পিচল নো খোআকৈ নমা বৰ টান; এই কাৰনেহে আমি তোমাক পৰ্বতৰ গুৰিলৈ আগ বঢ়াই আহিচোঁ, সিবিলাকে ইয়াকে কলে । তেতিয়া খ্ৰিষ্টিয়ানে বৰ সাৱধানেৰে নামিব ধৰিলে, তথাপি দুই এক পিচল থালে ।

পাচে সমাজিকক চাই দেখিলোঁ, খ্ৰিষ্টিয়ানে পৰ্বতৰ তল পালত সেই উত্তম সখিবিলাকে তাক এটা ৰুটি, পনিয়ালৰ ৰস এচিঁচা, আৰু পনিয়াল এথোপা দি বিদাই কৰিলত সি বাটে দি গল ।

কিন্তু সেই নম্ৰ খালত খ্ৰিষ্টিয়ান বৰ ঠেকত পৰিল । কিয়নো সি একেৰিমান গলত আপলিওন নামেৰে এক দুষ্ট অসুৰে তাক লগ পাবলৈ পথাৰৰ সি মুৰৰ পৰা আহিবৰ দেখিলে । তেঁতিয়া খ্ৰিষ্টিয়ানে ভই পাই, থোপনি পুতি ৰম নে, বা ঘূৰকি জাম, এই কথাত চিন্তা কৰিবলৈ ধৰিলে । পাচে আপোনাৰ পিঠিত একো আহিলা নাই কিয়াত মই ভালৈ পিঠি দিলে সি সৰেৰে মোক বিন্ধিবলৈ চল পাব, ইয়াকে ভাবি সাহ দি প্ৰান পন কৰি থোপনি পুতি ৰবলৈ মন থিৰ কৰিলে । কিয়নো মই কেৱল প্ৰান ৰখ্যা কৰাত চকু দিলেও পলোআতকৈ বৈ থকা ভাল, সি ইয়াকে বুজিলে ।

পাচে খ্ৰিষ্টিয়ানে সেই মনেৰে আগ বাঢ়ি জোআত আপলিওনো আহি তাৰ লগ পালে । সেই বিকটামুআ দেখিবলৈ ভয়ঙ্কৰ; গাত মাচৰ দৰে বাকলি লগা হেতুকে তাত বৰ অহঙ্কাৰ: নাগৰ দৰে তাৰ ডেউকা, ভালুকৰ দৰে ভৰি, পেটৰ পৰা জুই আৰু ধুঁআ ওলাই, আৰু সিংহৰ মুখৰ দৰে তাৰ মুখ । জেতিয়া সি খ্ৰিষ্টিয়ানৰ ওচৰ পালে, তেতিয়া তাক চাই মুখ বিকটাই এই ৰূপে কথা সুধিবলৈ ধৰিলে ।

আপলিওন । তই কৰ পৰা আহিচ, কলৈ জা?

খ্ৰিষ্টিয়ান । সৰ্বদুষ্ট জি বিনাস নগৰ, তাৰ পৰা আহিচোঁ, চিওন পৰ্বতলৈ জাঁও ।

আপলিওন । এই কথাৰ দোআৰাই তই মোৰ অধিন এক মানুহ বুলি জানিচোঁ; সেই দেস খনেই মোৰ; মই তাৰ অধিকাৰ, তাৰ ইশ্বৰ । তোৰ ৰজাৰ পৰা তই কেনেকৈ পলাই জা? তোৰ পৰা মই আৰু খাটনি পাবলৈ আসা নো হোআ হলে একে কোবেৰে তোক মাৰি মাটিত পেলালোহেঁতেন ।

খ্ৰিষ্টিয়ান । মই তোমাৰ দেসত উপজিলোঁ হই; কিন্তু তোমাৰ খাটনি টান, আৰু তোমাৰ বেচেৰেও মানুহৰ প্ৰান ৰচাব নোআৰি, কিয়নো পাপৰ বেচ মৰনহে; এই হেতুকে জেতিয়া বয়সিয়াল হলোঁ, তেতিয়া আন বুধিয়ুকৰ দৰে মৱো আপোনাৰ ভাললৈ উপাই বিচাৰিলোঁ ।

আপলিওন । এনে ৰূপে অলপ কথাতে কোনো ৰজাই আপোনাৰ প্ৰজাক নে হেৰুআই, মৱো সেই ৰূপে তোক নে হেৰুআম । কিন্তু তোৰ খাটনি আৰু বেচৰ কাৰনে বেজাৰ জে পাইচ, তাত অসন্তোস এৰি উভতি জা; আমাৰ দেসত জি জি আচে, তাকে তোক দিম, মই এই প্ৰতিগ্যা কৰিচোঁ ।

খ্ৰিষ্টিয়ান । কিন্তু মই আন এজনত খাটিবলৈ সোমালোঁ, তেঁও ৰজাৰো ৰজা; সেই দেখি মই তোমাৰ লগত উভতি গলে মোৰ অনিয়াই ন হব নে!

আপলিওন । সেই কথম কৰাত তই উপকথাৰ দৰে বেয়া সলাই বেয়াতকৈও বেয়াহে পালি । কিন্তু তাত খাটনি লগাইচোঁ বুলি কোআ, এনে অনেক মানুহে তাৰ পৰা চল চাই পলাই, আৰুও মোলৈকে উভতি আহে, সিই-

তৰ এনে দস্তুৰ আচে; তয়ো সেই ৰূপে কৰিৰি, তেহে তোৰ সকলো ভাল হৱ।

খ্ৰিষ্টিয়ান। তেঁওত মোৰ বিস্বাস দিলোঁ, তেঁওৰ অধিন প্ৰজা হবলৈ সপতো কৰিলোঁ, তেনে হলে এতিয়া সেই কথা এৰি উভতি গলে, ৰাজ দ্ৰোহি হৈ ধৰা পৰি ফাঁচি নে জাম নে?

আপলিওন। মোকো তই এনে কৰম কৰিলি, তেও যদি আকও উভতি জা, তোক খেমা দি সকলো জগৰ এৰিম।

খ্ৰিষ্টিয়ান। পূৰ্ব্বে তোমাত খাটিবলৈ জি অঙ্গিকাৰ কৰিচিলোঁ, তাক অবুজন সৰু কালতহে কৰিলোঁ; তাত বাজে জি ৰজাৰ নিচানৰ তলত এতিয়া আস্ৰই লৈচোঁ, তোমালৈ কৰা সেই অঙ্গিকাৰৰ পৰা তেঁও মুকুত কৰিবলৈ আৰু তাক কৰা জগৰ খেমিবলৈকো সক্তি আচে, ইয়াক মই জানিচোঁ; আৰু হে বিনাস কৰোঁতা আপলিওন, মই মিচা কেনেকৈ কম, তেঁওৰ খাটনি, আৰু বেচ, আৰু দাসবিলাক, তেঁওৰ সাসন, সম্ভাসন, আৰু ৰাজ্যক তোমাৰ এই সকলোতকৈ ভাল পাওঁ; এই হেতুকে মোৰ মন ওলোটাবলৈ এৰি দিয়া, মই তেঁওৰ বন্দি হৈচোঁ, তেঁওৰ পাচেহে জাম।

আপলিওন। সুনা, তোমাৰ খঙ্গ ন হৈ তেজ সুখিল থাকোঁতেই তুমি জোৱা বাটত আগলৈ কি কি পাবা, তাক আৰু এফেৰি বিবেচনা কৰা। সেই ৰজাৰ সেৱক অধিক ভাগে মোক আৰু মোৰ পথকো উলংঘা কৰা হেতুকে সেসত বৰ দুৰ্গতি পাই, ইয়াকি তুমি জানিচা; অমৰ্জ্জতা ৰূপে সিইতৰ কতক হেজাৰ বধ কৰা হল! আৰু তাৰ খাটনি মোতকৈ ভাল জে বুলিচ, তাক সেৱা কৰা কোনো মানুহক আমাৰ হাতৰ পৰা এৰুআবলৈ সি আপুনি থকা ঠাইৰে পৰা কেতিয়াও অহা নাই; কিন্তু মই হলে, মোক-স্বৰূপকৈ সেৱা কৰা লোকক তাৰ আৰু তাৰ বন্দিইতৰ হাতৰ পৰা কিমান বেলি বলে বা চলেৰে এৰুআলো, তাক জগত খনেই জানে, আৰু সেই ৰূপেৰে তোকো এৰুআম।

খ্ৰিষ্টিয়ান। তেঁও আপোনাৰ লোকক মুকুত কৰিবলৈ পলম কৰাৰ কাৰন এই, সিবিলাকে সেসলৈকে তেঁওৰ ভক্ত হৈ থাকে নে, নে থাকে তাক প্ৰকাস কৰিবৰ নিমিত্তে তেঁও সিবিলাকৰ প্ৰেমৰ পৰিখা কৰিচে। আৰু সিবিলাকৰ অন্ত জি দুৰ্গতিৰ কথা কোৱা, সিবিলাকে তাক বৰ মৰ্জ্জতাহে মানে। বৰ্ত্তমান কালত হলে সিবিলাকে মুকুত হবলৈ বৰ বাঞ্চা ন কৰে, সিবিলাকৰ ঐস্বৰ্জ্জৰ নিমিত্তে আগলৈ বাট চাই থাকে; জেতিয়া সিবিলাকৰ অধিকাৰ আপোনাৰ আৰু দুতবিলাকৰ ঐস্বৰ্জ্জেৰে আহে, তেতিয়া সিবিলাকে ঐস্বৰ্জ্জ পাব।

আপলিওন। তই এতিয়ালৈকে তাৰ খাটনিৰ বিস্বাস ৰাখি থকা নাই, তেন্তে তাৰ পৰা বেচ পাবলৈ তোৰ কি আসা আচে?

খ্ৰিষ্টিয়ান। হে আপলিওন, মই কিহত তেঁওৰ বিস্বাস নে ৰাখিলোঁ?

আপলিওন। প্ৰথমে জাত্ৰা কৰিবলৈ ধৰোঁতেই নিৰ্ভাৰসা দলদলনিত পৰি প্ৰায়ে উসাহ নে পাই ক্লান্ত হৈ গলি; আৰু তোৰ পিঠিৰ বোজা অধিকাৰে নু গুচাই মানে সহন কৰিব লগাৰ দৰে তই সহন কৰি নে থাকি, তাক সোলোকাবলৈ অনেক অনুচিত উপাই বিচাৰিলি; আৰু দুষ্ট ভাৱে টোপনিয়াই তোৰ অতি উত্তম বস্তু হেৰুআলি; আৰু সিংহ দেখি উভতি জাবলৈ প্ৰায়ে মন থিৰ কৰিচিলি; তাত বাজে তোৰ জাত্ৰাৰ কথা, আৰু জিহকে দেখিলি সুনিলি, তাক জেতিয়া ক, তেতিয়া তোৰ সকলো কথা আৰু কৰমত প্ৰসংসা পাবলৈহে তোৰ পেটত ইচা আচে।

খ্ৰিষ্টিয়ান। এই সকলো কথা স্বৰূপ, আৰু তুমি জি জি কবলৈ ন হল, এনে আন আন অনেক কথাও আচে; কিন্তু মই জি অধিকাৰৰ খাটনি আৰু সেৱা কৰোঁ, তেঁও দায়ালু খেম বন্ত; আৰু তাত বাজে এই সকলো দুৰ্বলে অ গৈএ আপোনৰ দেসত মোক ধৰিচিল, তাতে সৰ কালত সেই সকলোকে পিয়াহ ৰূপে থালে তাৰ কাৰনে মনত দুখ পাই সেই বোজাৰ ভাৰত কেঁকাই কেঁকাই মোৰ অধিকাৰৰ পৰা খেমা পালো।

তেতিয়া আপলিওনে অতিসই খঙেৰে মাত ফুটাই কলে, মই সেই অধিকাৰৰ সক্ৰ; তাক, আৰু তাৰ আগ্যা, তাৰ প্ৰজা সকলোকে ঘিন কৰোঁ; তোক আগচিবলৈহে আহিলোঁ।

খ্ৰিষ্টিয়ান। হেৰা আপলিওন, তুমি জি কৰা, তালৈ সাৱধান হোআ; এইটো মহা ৰজাৰ আলি, পবিত্ৰ পথ, এই হেতুকে তুমি আপোনাৰ নিমিত্তে সাৱধান কৰা।

তেতিয়া আপলিওনে গোটেইটো বাট জুৰি ভৰি ফেৰেঁটা কৰি বুলিলে, এই কথাত মোৰ ভই নাই; তই মৰিবলৈ আপোনাক জুগুত কৰ; মোৰ নৰকি গাঁতত ধৰি মই সপত খাইচো, তই ইয়াৰ পৰা আগ বাঢ়ি নে জা; এই ঠাইতে তোৰ জিৱাত্মা বাকি দিম; এই কথা কৈ সি খ্ৰিষ্টিয়ানৰ বুকলৈ অগ্নি সৰ মাৰিলে, কিন্তু খ্ৰিষ্টিয়ানৰ হাতে বাৰু থকাত তাৰে সৰ ধৰি সেই আপদ নিবাৰন কৰিলে। তেতিয়া খ্ৰিষ্টিয়ান আপোনাক জুগুত কৰিবৰ সময় বুজি হাতেৰে অস্ত্ৰ ধৰিলে, আৰু আপলিওনেও তালৈ আক্ৰমন কৰি সিলা বৃষ্টিৰ দৰে সৰ বৰষিলে; তাতে খ্ৰিষ্টিয়ান অতি সাৱধানে থকাতো মুৰ, হাত, ভৰিতো ঘা লাগিল; তাৰ দোআৰাই সি একেবিমান থমকিল। তাক দেখি আপলিওনে সকলো সক্তিএৰে পুনৰ জুধ ধৰিলত খ্ৰিষ্টিয়ানে আৰুও সাহ পাই সক্তি আটে মানে নিবাৰন কৰিলে। এই ৰূপে দিনৰ এবেলাতকৈ অধিক কাল সেই দোয়োৰ জুধ হৈছিল, তাতে খ্ৰিষ্টিয়ানৰ সক্তি প্ৰায়ে অন্ত পৰিল; কিয়নো অনেক ঘা লগা হেতুকে তাৰ বল ক্ৰমে বাস হৈ জাই, ইয়াক জানিবা।



পাচে আপলিওনে চল চাই খ্ৰিষ্টিয়ানৰ ওচৰলৈ চাপি মাল জুধেৰে আঁকোআল মাৰি বৰ ভয়ঙ্কৰ আফালেৰে পেলালে; তাতে খ্ৰিষ্টিয়ানৰ হাতৰ পৰা তৰোআল উফৰি পৰিল। তাক দেখি আপলিওনে বুলিলে, এতিয়া তোক অৱস্যে পালোঁ; ইয়াকে কৈ সি তাৰ গাত ভৰ দি প্ৰান মৰাৰ দৰে হেঁচি দিলে, খ্ৰিষ্টিয়ানেও প্ৰানৰ আসা প্ৰাই এৰিলে। কিন্তু সেই ধৰমি মানুহৰ নিচেই ওৰ পেলাবৰ নিমিত্তে আপলিওনে সেসৰ কোব জচাৰ সময়ত ইশ্বৰৰ ইচাৰ দোআৰাই খ্ৰিষ্টিয়ানে বেগতে আপোনাৰ হাত তৰোআললৈ মেলি তাক পাই তুলি লৈ কলে, হেৰা মোৰ সক্ৰ, মোৰ অহিতে আনন্দ ন কৰিবা; জদি মই পৰোঁ, তেও আৰুও উঠিম। এই কথা কৈ খ্ৰিষ্টিয়ানে মৰন তুল্য এখোচ মাৰিলে, তাৰে সি প্ৰান মৰা ঘা পোআৰ নিচিনাকৈ হুহকিল। তাক খ্ৰিষ্টিয়ানে দেখি পুনৰ বাৰ আক্ৰমন কৰি খুঁচি বুলিলে, আমাক প্ৰেম কৰা জনৰ দোআৰাই এই সকলো কাৰ্জ্জত আমি জয়তকৈও জয়জুক্ত হম। তেতিয়া আপলিওনে আপোনাৰ নাগ ডেউকা মেলি উৰি জাআত খ্ৰিষ্টিয়ানে তাক আৰু নে দেখিলে।

সেই ৰনত আপলিওনে নাগৰ দৰে কথা কৈ জুধ কৰা কাল খিনিত কেনে গোজৰনি আৰু ভয়ানক চিঁয়ৰ মাৰিছিল, আৰু খ্ৰিষ্টিয়ানৰ কালেও কেনে কৈকনি আৰু হুমুনিয়াহ তাৰ হিদয়ৰ পৰা ফুটিছিল, মই দেখা সুনাৰ দৰে নে দেখা নু সুনা কোনো লোকেও কেই সক-

লো ভয়ঙ্কৰ কথা মনেৰে যুক্তিৰ নোআৰে। খ্রিষ্টিয়ানে আপোনাৰ দুখৰিয়া ভৰোআলেৰে আপলিওনক খেদোআ নে দেখে মানে সেই দুখৰ সমুদাই কালত মই তাৰ এবেলিও প্রসন্ন মুখ নে দেখিলো; তেতিয়া সি ওপৰলৈ চাই অলপ মিচিকিয়ালে হই, কিন্তু এনে দুসিত বিবৰন মুখ মই কাৰো কেতিয়াও দেখা নাই।

সেই ৰন ভগা হলত খ্রিষ্টিয়ানে বুলিলে, আপলিওনৰ অহিতে মোৰ সহাই হোআ জি জনে সিংহৰ মুখৰ পৰা মোক উধাৰ কৰিলে, এখেতে তেঁওৰ গুন কির্ত্তন কৰিম; সি এনে মন কৰি এই কথা গাবলৈ ধৰিলে।

এই অসুৰৰ অধিপতি
বেলজিবুবে মোৰ বিনাস
চিন্তি, নৰ্কৰ সাজে ভুসিত
দুখত পাঁচি দিলে দাস,

মোক আক্রমি, হাতে অস্ত্র,
ৰাগে ধৰিলে অসুৰ;
ধন্য মিখাএল সহাই হোআত
ভৰোআলে নিলোঁ দুৰ;

এই হেতু জইধনি ধৰি
সদাই প্রভুৰ স্তুতি গাম,
সৰ্ব্বকাল অনন্ত জুগে
ধন্য তেঁওৰ পবিত্র নাম।

পাচে জিৱন গচৰ কেত খনি পাত লোআ, এনে এটা হাত তাৰ কোনত ওলোআত খ্রিষ্টিয়ানে সেই পাত লৈ দুখত লগা জি ঘা, তাতে দিলত একে বেলিএ ৱস্ত কৰা হল। আৰু সেই ঠাইত বহি অলপৰ আগেয়ে পোআ জি পিঠা, তাক খাবলৈ, আৰু চিঁচাৰ ৰস পান কৰিবলৈ ধৰিলে। পাচে খ্রিষ্টিয়ানে সান্ত পোআ হৈ আৰুও জাত্রা কৰিবলৈ উঠি, কি জানি আন কোনো সত্রু ওচৰত আছে, এই ভয়েৰে ভৰোআল উলিয়াই হাতত লৈ গল। কিন্তু সেই খালৰ ভিতৰত সি আপলিওনৰ পৰা আৰু একো বিঘিনি নে পালে।

## আপোনাৰ দৰে লোকক হিত কৰা।

Love others as yourself.

প্রভু য়িচু জেতিয়া পৃথিৱিত অৱতাৰ হৈ আছিল, তেতিয়া লোকবিলাকৰ হিতৰ কাৰনে নানা ভাৱৰ হিত উপদেস দিছিল। সেইবিলাকৰ মাজত ইয়াত এটা লিখিচোঁ। প্রভুএ কৈছিল, "লোকে তোমোলাকক জি জি বেৱহাৰ কৰিবলৈ তোমোলাকৰ ইচা হই, তোমোলাকেও সিবিলাকক সেই দৰে বেৱহাৰ কৰা।" এই বচন সকলো জাতি লোকৰ অতি হিত কথা হই; ইয়াক জদি সকলোএ মান্য কৰি তাৰ দৰে আচৰে, তেন্তে জগতৰ ভিতৰত কেনে কুসল আৰু নিৰ্ব্বিঘিনি হলহেঁতেন। জেতিয়া লোকবিলাকে এনে বচন সুনে, তেতিয়া তাক কি ভাৱে পালিম বুলি প্রকাসকৈ নে জানে। সেই কাৰনে এই বচন আমি সকলোএ কেনেকৈ পালিম, তাক অলপমান লিখিব খোজোঁ। জিবিলাকে আমাৰ প্রভু ত্রান কৰ্ত্তা য়িচুৰ বাক্য মান্য কৰিবলৈ ইচা কৰে, বিসেসকৈ সিবিলাকৰ নিমিত্তেহে ইয়াক লিখিচোঁ। কিয়নো এই অমূল্য বচন জেতিয়া আমি পালিব পাৰোঁ, তেতিয়া সকলো লোকে [illegible] আমাৰ কুসল হব। আমি কেনেকৈ প[illegible]ব পাৰিম, তাৰে দুটা তিনটা মান তাও দেখাও।

প্রথম। জেতিয়া কোনো মানুহে লোকৰ বস্তু চুৰকৈ লবলৈ চল বিচাৰে, তেতিয়া সি আপোনাৰ কথালৈ মন কৰি চাওক; মই জে লোকৰ বস্তু চুৰ কৰিব খুজিচোঁ, জদি কোনোবাই মোৰ এটা বস্তু চুৰ কৰি নিলে, মোৰ কিমান দুখ হলহেঁতেন। সেই মানুহে ইয়াকে প্রথমে ভাবি চাওক।

দ্বিতিয়। জদি কোনো মানুহ ৰাতি অথিতি হৈ আহে, আৰু থাকিবলৈ অলপ ঠাই বিচাৰে, তেতিয়া পাৰে মানে বিচাৰি অথিতি মানুহক আলহি লোৱা; কিয়নো কি জানি তুমিও তেনেকৈ কোনো দিনত আলহি হৈ জাব লাগিব; জদি তোমাক কোনোএ আলহি নো লোৱে, তেতিয়া তোমাৰ মনত ভাল পাবা নে?

ত্রিতিয়। কোনো মানুহ জদি অনেক চা-

কৰৰ ওপৰত অধিকাৰ হই, আৰু তেতিয়া চা-কৰবোৰে অধিকাৰৰ ইচাৰ মতে কোনো সময়ত কৰম ন কৰে, তেতিয়া সেই অধিকাৰে বৰ খঙ্গ উঠি চাকৰক সাস্তি বা জৰুমনা কৰিব পাই নে? মোৰ ভাবনাত হলে, তেনে কৰা উচিত নে দোষী: কিয়নো সদাই সকলো মানুহে ভাল সন্মান কৰি থাকিব নোআৰে। অৱসে্য কোনো সময়ত তাৰ কৰম বেযা হব। এই হেতুকে দুই তিনি বাৰ সহন কৰি থকা ভাল। তাত বাহিৰে কি জন লোকৰ ওপৰত অধিকাৰ, সে জদি আপুনি পৰৰ তাধিন লোক হোআ হলে, আৰু তাকো তাৰ অধিকাৰে তেনেকৈ বেযা কৰে পতি সাস্তি দিএ, না দৰমহা কাটে তেতিয়া তাৰ মনত সন্তোস পালেহেঁতেন নে? এই কাৰনে লোকক দুখ নৌ দিওতে আপোনাৰ কথালৈ সকলোএ চাবৰ প্ৰয়োজন আচে।

চতুৰ্থ। কোনো মানুহৰ জদি বন্দি থাকে, পাচে সেই বন্দিক ৰাতিএ দিনে টান বন কৰাই অধিকাৰৰ বৰ লাভ হই, আৰু তাক কেতিয়াও বন্দি অৱস্থাৰ পৰা মুকলি কৰিব নো খোজে, এনে মানুহেও আপোনাৰ মনত বিবেচনা কৰি চাওক। জেনেকৈ লোকক বন্দি ৰাই ভাল পাইচো, সেই ৰূপে জদি মোকো কোনোএ বন্দি কৰা হলে, আৰু কেতিয়াও মোক মুকলি ন কৰা হলে, মোৰ মন কেনে দুখেৰে পূৰ হলহেঁতেন। এনেকৈ সকলোএ আপোন আপোন মনত সকলো কথা প্ৰথমে বিবেচনা কৰি, লোকলৈ কৰোক। জদি আপোনাক লোকে সেই সেই কৰম কৰিলে দুখ হই, লোককো কৰিলে দুখ হলহেঁতেন। এই হেতুকে প্ৰভুএ সিকোআৰ মতে লোকে তোমোলাকক জি ৰূপ বেৱহাৰ কৰিবলৈ তোমোলাকৰ ইচা হই, তোমোলাকেও সেই দৰে লোকক বেৱহাৰ কৰা।

ন. ল. ৰ.



## আব্ৰাহামলৈ অঙ্গিকাৰ কৰা পুত্ৰ।

Lesson VI.—Abraham, or the Promised Seed.

কিনান দেসত আব্ৰাহাম আৰু চাৰাই তাম্বু ঘৰত বাস কৰিলে। সিবিলাকৰ সন্তান নাই কিচিল। আব্ৰাহাম বৰ বুঢা, চাৰাও বৰ বুঢি আচিল। সিবিলাক দুয়ো তোমাৰ বৰ বোপাই আৰু বুঢ়ি আইতকৈও বয়সিয়া আচিল; আব্ৰাহাম প্ৰাই ১০০ বচৰ, আৰু চাৰাও প্ৰাই ৯০ বচৰ বয়সিয়া হৈচিল।

এক ৰাতি ইশ্বৰে আব্ৰাহামত কলে, তোমাৰ তাম্বু ঘৰৰ পৰা ওলাই আকাসলৈ চোআ। তাত তুমি কি দেখিচা? আকাস তৰাবিলাকেৰে পূৰ, গনিব পৰাতকৈ সৰহ। আৰু ইশ্বৰে কলে, আকাসৰ তৰাবিলাকৰ সমান তোমাৰ বঙ্গহ ন হই মানে তোমাৰ সৰহ নাতি আৰু নাতিৰ নাতি আৰু সিইতৰো সন্তানবিলাক হব; সিইতে কিনান দেসত থাকিব, সেই দেসৰ অধৰমি মানুহবিলাক তাৰ পৰা বাহিৰ কৰা হব।

তেতিয়া আব্ৰাহাম অপুত্ৰ হলেও, ইশ্বৰে কোআৰ দৰে আপোনাৰ অঙ্গিকাৰ পূৰ কৰিব বুলি তেঁও বিস্বাস কৰিলে। ইশ্বৰে জি সকলো কলে তাক আব্ৰাহামে বিস্বাস কৰা ভাল আচিল, কিয়নো ইশ্বৰে সদাই সঁচা কই, আৰু আপোনাৰ কথা ৰাখে।

এদিনা দুপৰ মানত আব্ৰাহামে আপোনাৰ তাম্বু ঘৰত বহি আচিল। ৰদ বৰ টান, কিন্তু তাম্বু ঘৰ এজোপা গচৰ তলত হৈচিল। আব্ৰাহামে চকু তুলি চাই অলপ দুৰৈত তিনি জন মানুহ অহা দেখিলে; তেতিয়া আব্ৰাহামে লৰি গৈ সেৱা কৰি সিবিলাকৰ এজনক বুলিলে, মোৰ প্ৰভু, মই প্ৰাৰ্থনা কৰোঁ, আপুনি আহি অলপ জিৰাওকহি; আৰু মই অলপ পানি আনি তোমাৰ ভৰি ধুআব দিয়া, পাচে খাবলৈ কিচু ৰুটি আনি দিঁও, তেতিয়া আপুনি জাত্ৰা কৰিব পাৰা। সিবিলাকে কলে বাৰু, আমি জিৰাম।

এই মানুহ কেই জন তোমোলাকে কোন বুলি নো ভাবিচা? মানুহৰ নিচিনা দেখা গলেও সিবিলাক স্বৰগৰ দূত। সিসিলাকে আব্ৰাহামলৈ

স্বৰগৰ পৰা ঈশ্বৰৰ বাৰ্ত্তা লৈ আহিছে; কিন্তু নো ঈশ্বৰে আপোনাৰ দূতবিলাকৰ দোআৰাই মানুহলৈ বাৰ্ত্তা পঠাই, ইয়াক তোমোলাকে জানা। দূতবিলাকক আমি নে দেখিলেও সেতিয়াবা কেতিয়াবা আমাৰ ওচৰতে থাকে।

দূতবিলাকে তাম্বু ঘৰৰ বাহিৰে গছৰ তলতে ৰহিল। চাৰা তাম্বু ঘৰৰ ভিতৰত আছিল, আব্ৰাহামে চাৰাক কলে, বেগাই অলপ পিঠা গুৰি লৈ পিঠা সাজি ভাজা। তেতিয়া আব্ৰাহামে জাকলৈ গৈ এটা ভৰপূৰ দমৰা লৈ এটা দাসক দি কলে, ইয়াক লগতে মাৰি জুগুত কৰা।

তেতিয়া সকলো জুগুত হল, তেতিয়া অলপ মাখন, গাখিৰ, পিঠা, আৰু মঙহ আনি গছৰ তলতে সজালে, পাচে তিনিও জনে খাবলৈ ধৰিলে, আৰু আব্ৰাহাম সিবিলাকৰ আগত থিয় হৈ থাকিল।

সিবিলাকে খাই থাকোঁতেই আব্ৰাহামক কলে, তোমাৰ ভাৰ্জ্জা চাৰা কত? আব্ৰাহামে কলে, তাই তাম্বুৰ ভিতৰত আছে। তেতিয়া সিবিলাকৰ এজনে কলে, চাৰাৰ এক পুত্ৰ হব।

দূতে কোআ কথা চাৰাই শুনিলে, তাই এই বুৰা বয়সত স্বৰূপকৈ এটা পুত্ৰ পাব বুলি বিশ্বাস কৰিব নোআৰি, আপোনাৰ মনতে হাঁহিলে।

দূতে কলে, চাৰাই কেলেই হাঁহিলে? তাই অৱস্যে এটা পুত্ৰ পাব। তেতিয়া চাৰাই ভই পাই কলে, মই হাঁহা নাই; কিন্তু দূতে কলে তুমি হাঁহিলা হই।

তেতিয়া সেই তিনি জন উঠি গল, আব্ৰাহাম সিবিলাকৰ লগত অলপ দূৰলৈকে গৈ, আপোনাৰ তাম্বুলৈ উভতি আহিল।

ঈশ্বৰে আপোনাৰ এই অঙ্গিকাৰ সুঁঅৰিলে বুলি তোমোলাকে ভাবিচা নে? পাচৰ বচৰত চাৰাৰ এটা পুত্ৰ হল, তাৰ নাম ইচাক, সি ভাল লৰা আছিল, আৰু ঈশ্বৰে তাক প্ৰেম কৰিলে। আব্ৰাহাম আৰু চাৰাও আপোনাৰ সৰু পুত্ৰত বৰ সন্তোস হল।

এই দৰে দেখা, ঈশ্বৰে আপোনাৰ অঙ্গিকাৰ ৰাখিলে। তেঁও কৈছিলে, আব্ৰাহামৰ আৰু চাৰাৰ এটা পুত্ৰ হব, আৰু তেঁও সিবিলাকক এটা পুত্ৰ দিলে। ঈশ্বৰে জি কলে, তাকে বিশ্বাস কৰা আব্ৰাহামলৈ ভাল আছিল।

তেঁওৰ সকলো বাক্য বিশ্বাস কৰাৰ কাৰনে, ঈশ্বৰে আব্ৰাহামত সন্তোস হল, চাৰাই হলে প্ৰথমে বিশ্বাস ন কৰিলে, কিন্তু পাচে কৰিলে, তাইতো ঈশ্বৰ সন্তোস হল।

মোৰ প্ৰিয় লৰাইত, তোমোলাকে ঈশ্বৰৰ সকলো অঙ্গিকাৰ বিশ্বাস কৰিব পোআ। ঈশ্বৰে কি অঙ্গিকাৰ কৰিছে? খোজা জদি, পবিত্ৰ আত্মা দিবলৈ তেঁও অঙ্গিকাৰ কৰিছে। তেঁওৰ অঙ্গিকাৰ বিশ্বাস কৰা নে? জদি কৰা, পবিত্ৰ আত্মা পাবলৈ ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰা; তোমোলাকে ঠিককৈ জানিবা, তেঁও আপোনাৰ অঙ্গিকাৰ অৱস্যে ৰাখিব। ৰু.

## ম্ৰিত্যু আহিব।

"Death will come."—*Barnes*.

ম্ৰিত্যু আহিব, অৱস্যে আহিব, সি আগচি ধৰিলে এৰাই জাব নোআৰি, তাক হোহোকাব নোআৰি, তাৰ খোজো সুধিল কৰাৰ নোআৰি। সি আহিব; সংসাৰত জিয়াই থকা সকলো মৰিব; সকলো পহু, চৰাই, আৰু উৰগ জন্তু, কুৰৰ পখি, মৌপিয়া, সূৰ্জ্জৰ ৰশ্মিত উৰি জোআ কৈঁতকুৰি; সকলো ত্ৰিন, গচ, ফুল; সিজৰি, উঐ, চঁপা, গৰত বগোআ চুৰ চুৰিয়া চেকিয়া; সকলো ৰজা, সকলো প্ৰজা, ধনৱন্ত আৰু দুখিয়া, বন্দি আৰু গৰাকি, সকলো মুনিহ, তিৰোতা, সকলো লৰা; আপোনাৰ ধন জসস্যাত অহঙ্কাৰ কৰা প্ৰতি জন বুৰা লোক, আপোনাৰ গিয়ান আৰু সক্তিত অহঙ্কাৰ কৰা প্ৰতি জন ডেকা লোক, আপোনাৰ সোভাত অহঙ্কাৰ কৰা প্ৰতি জন জুৱতি, সকলো মৰিব। মই মৰনৰ জগতত আচো; মৰা আৰু মৰিব লগিয়াবিলাকৰ মাজতে থাকোঁ; মই ফুৰা বাটত মুনিহ, তিৰোতা বা লৰা, চৰাই বা পহু, গচ বা ত্ৰিন হওক, জি ন মৰিব মই একো নে দেখো। বায়ু কাটি জোআ কুৰৰ পখিএ ম্ৰিত্যুৰ ওপৰে দি উৰি পাৰ হব নোআৰে; সাগৰৰ

মাচ মগৰে তাৰ হাত সাৰিব পৰাকৈ তললৈ জাব নোআৰে; মিৃত্যুএ জেন তাক দেখিবলৈ নে পাই, চকুএ ন মনা জন্তুএও আপোনাক সেইমান সৰু কৰিব নোআৰে; তাৰে সৈতে আপোনাৰ বৰ বলেৰে জুজিবলৈ মহা তিমিৰো সক্তি নাই। খ্রিষ্টিয়ানো মৰিব; দেও পূজকে, মৰিব; হই, পাপি লোক, তুমিও মৰিবা। তোমাৰ ধনেই তোমাক ৰখ্যা কৰিব নোআৰে, তোমাৰ গিয়ান বিদ্যাৰ দোআৰাই তুমি ৰখ্যা নে পাবা। এই সকলো কথা মিৃত্যুএ নে মানিব; তাৰ দ্রিষ্টিত সেইবোৰ অকাৰ্জ, লৰাৰ ওমলা বস্তুৰ নিচিনা, তাৰ বিবেচনাৰ অজোগ্য। গৰিপ লোকতকৈ সি প্রতাপি জনক প্রিতি ন কৰে; দুখিয়া মানুহ কটাতকৈ সি চহকি কটাক ডাঙৰ কৰম নে মানে, আলাগি পাপি জিয়াৰি মৰাতকৈ সুভাগি জুৱতিক মৰাত অহঙ্কাৰ ন কৰে। গোলাপৰ ঢোপা কলিত জিমান প্রিতি কৰে, চৰাতত্তো সেইমান প্রিতি কৰে; তাৰ বিবেচনাত কদম জেনে, পুলি কাঁইটো তেনে; লিৰানোনৰ এৰজ গচ জেনে, বন সঁটো তেনে, মগনিয়াৰৰ ফটা কানিতকৈ মিহি নোমৰ পৰিধান আৰু অসভ্য লোকৰ গাৰ কাপৰতকৈ তোমাৰ বহু মুল্য সুন্দৰ বৰনিয়া বস্ত্রকে সি একো বেলেগ নে দেখে। তুমি মৰিবা; মৰনৰ ভই তোমাৰ ওপৰত আহি পৰিব। মিৃত্যু জেনে ৰূপ হৈছে, তেনে ৰূপে আহিব; সেতা বৰনিয়া, গধুৰ, ঠৰ, কঠিন মুখিয়া, আপোনাৰ কৰমত টান পকিয়া হৈ আহিব। ক্রিপাৰ নিমিত্তে কোনো প্রাৰ্থনালৈ সি কান নে পাতে; ভয়েৰে কাৰো এটাহ পৰাক নু সুনে। খিৰেৰে একেৰিও লৰ চৰ ন কৰাকৈ নিচাই ৰূপে সি আহিছে; কোমল পাখিএৰে সজা তোমাৰ খাটৰ পৰা তোমাক উলিয়াই নিবলৈ, তোমাৰ সুন্দৰ ঘৰৰ পৰা তোমাক গঁতিয়াবলৈ, সভাৰ পৰা তোমাক বাহিৰ কৰিবলৈ, আৰু তোমাৰ জি সখিবিলাক এখন্তেক তোমাক হেৰোআ চিন্তি আকও নাচিবলৈ ধৰিব, সিবিলাকৰ মাজৰ পৰা মৰনৰ নিমিত্তে তোমাক মাতিবলৈ অলৰ দ্রিঢ মন কৰিছে আহিছে। মিৃত্যু আহিব; তুমি প্রানৰ নিৰাস ঘৰা কালৰে পৰা সি ওচৰলৈ চাপিছে। তুমি সাৰ পোআ আৰু সুই থকা কালতো সি তোমাৰ কাসলৈ আগ বাঢ়ি বাট বুলি বুলি তোমাৰ ওচৰলৈ আহিল। পূৱ, পচিম, উত্তৰ, দখিন, জেই পোনে তুমি জোআ, সেই পোনে সদাই সি তোমাৰ আগ ফালে বাটত থিয় হৈ থাকে। মিৃত্যু আহিব; কেতিয়াও নু হহকি সি সদাই ওচৰ চাপি চাপি আছে। আৰু অলপতে তাৰ বিপদ চাঁয়া তোমাৰ পথত পৰিব। সেই চাঁয়া সুৰ্জৰ গ্রহনৰ দৰে ঘোৰ আৰু চেঁচা হৈ হৈ জাব; পাচে তাৰ অন্ধকাৰময় ৰূপে তোমাক আগচি ধৰিব; তোমাৰ আৰু জিৱন্ত জগতৰ পহৰৰ মাজত সি তোমাৰ সমুখে থিয় হৈ থাকিব, আৰু তুমি অন্ধকাৰময় খালত সোমাবা। মিৃত্যু আহিব; সুত কালতো আৰু স্বৰূপ খ্রিষ্টিয়ান হলেও, তাৰ অহা ভয়ানক; কিন্তু আন অৱস্থা হলে সি কিমান ভয়ঙ্কৰ, কেৱে গুনিব নোআৰে। ॥

---

## পুৰনি অসম বুৰঞ্জি, নং ২০ ।

**Protap Singh—War with the Bengalis.**

ফাগুনৰ দিনত লানমুখুৰু বৰ ফুকনে ধৰ্মনাৰায়নক হাজোৰ পৰা উত্তমক ধৰি আনিবলৈ পাঁচিলে; পাচে ধৰ্মনাৰায়নক জাৰৰ সুনি উত্তম বঙ্গালত সোমালগৈ। পাচে উত্তমক নে পাই আমাৰ মানুহে উত্তমৰ ঘৰত জুই দি আহিল। পাচে মদ নো খোআই গৈ দেখিলেগৈ, লানমুখুৰু বৰ ফুকনে ৰজা দেৱৰ কথা এৰি সিয়ালকুচিৰ পৰা ফুৰি ঘৰ তাঁতি আনি, বামুন কুচিত পাতিলেহি। এই কথাকে গৈ মদ নো খোআই ৰজা দেৱত জনালেগৈ। পাচে ৰজা দেৱে আন কথা মনত লৈ এই কথাকে নিমিত্ত কৰি লানমুখুৰু বৰ ফুকনক অনাই মাৰি তিৰিঙ্ক্রিঙ্চেঙক পঠাই সিকচাইক পাণ্ডুৰ গৰত বৰ ফুকন পাতি সমস্তৰে অধিকাৰ কৰি দিওআলে। পাচে চতৰ দিনত মিৰ বঙ্গালৰ ভায়েক ১, আৰু পসুপতি ১, এই দুয়ো ককায়েকৰ হাৰ বোটলো বুলি, হাজোত এক ৰাতি থাকি ৰাতি পুআ উলটি মধু

পুৰত বলগৈ। পাচে আমাৰ মানুহে খেদি গৈ সোন্দাত বলগৈ। বঙ্গালে মধুপুৰত বৰ নোআৰি হুহকি বৰ পেটাত বলগৈ। আহাৰৰ দিনত ৰজা দেৱে বঙ্গালক ধৰিবলৈ সকলোকে পঠালে। পাচে ৰজা দেৱৰ আগ্যাৰে সকলেও সোন্দাৰ পৰা গৈ পোমৰাত বঙ্গালক বেৰিলেগৈ। বিষ্ণুপুৰত গৰ কৰি এক ফৈদ বঙ্গাল আছিলে, কাঁটোকুচিত গৰ কৰি এক ফৈদ বঙ্গাল আছিলে, জাখলিত গৰ কৰি এক ফৈদ বঙ্গাল আছিলে, ভৱানিপুৰত গৰ কৰি এক ফৈদ বঙ্গাল আছিলে। পাচে আমাৰ মানুহে পাচে পাচে খেদি গৈ, নিমিসাত গৰ দি কানাপানিত বলগৈ। পাচে ভাদৰ দিনত আমাৰ মানুহে কানাপানিৰ পৰা গৈ, জাখলিত জুধ ধৰিলেগৈ। পাচে বঙ্গাল ভাগি পলাল, তাতে আমাৰ ঘোঁৰা পালে ২০, হিলৈ তৰোআলো কিচু পালে। আৰু পাচে বঙ্গালৰ ভৱানিপুৰৰো কোঁঠ ভঙ্গালে; তাতে হিলৈ তৰোআলো কিচু পালে।

পাচে আহিনৰ দিনত আমাৰ মানুহে গৈ, কাঁটোকুচিত বঙ্গালৰ গৰৰ কাখৰত চাইটা গৰ কৰি বলগৈ।

লাকনি ভাওত্যোও (৩০) সঁকত কাতিৰ দিনত ৰজা দেৱে গজপুৰৰ পৰা তিনি জনা ভাঙৰিয়াক পঠাই, সনাত গৰ প্ৰাপ্তি আঁওভাই থাকিব দিলেগৈ। আৰু ৰজা দেৱে বোলে, পিকচায়ে মোৰ আগ্যা নে মানি, একো কাৰ্জ কাম ন কৰে, এই দাই ধৰি পিকচাই বৰ ফুকনক ভিজিএ ভৰিএ লোআ লগাই আনি গজপুৰত চমাহ বন্দিকৈ থৈ, পিকচাইক বৰ ফুকন ভাঙ্গি, খাম্ফাত বৰ গোহাইৰ পুতেক লাঙ্গুক সকলোৰো অধিকাৰ কৰি পাণ্ডুৰ কোঁঠত থোআলে। পাচে আঘোনৰ দিনত ৰজা দেৱে সকলোকে পঠাই কাঁটোকুচিৰ বঙ্গালক ধৰিব দিলেগৈ। পাচে ৰজা দেৱৰ আগ্যাৰে সকলেও গৈ কাঁটোকুচিৰ কোঁঠ ললেগৈ। পাচে বঙ্গালে ৰাতি পুআ হাতিএ ঘোঁৰাই আহি আমাৰ কোঁঠত ধৰিলেহি, পাচে আমাৰ লোকেও জুধ ধৰিলে। এই দিনা জুধত আমাৰে বঙ্গালৰে মৰা স গৰ খাৰৈ উপচি গল। আমাৰ ভাল মানুহ পৰিল লানমুংখু ১, সুনিয়া ঠাকুৰ ১, অতই পুৰিয়া লাচাম বৰুআ ১, পাচে ইবোৰ হুহকি আহি কুংজাঙ্গৰ কোঁঠত সোমালহি। পাচে কুংজাঙ্গে গালি পাৰিব ধৰিলে। ৰাতি পুআ লাচাম বৰুআই, বৰ গোহাঁই পৰিয়া লাঙ্গু গোহাইৰ ভায়েকে, এই দুয়ে বঙ্গাললৈ গুচি গল। পাচে আমাৰ মানুহ হুহকি পোমৰালৈ গল; পাচে বঙ্গালে নাৱে ভৰে বেৰিলেহি। তাৰ পৰা আহি বাৰে পঁইতাত জুধ ধৰিলেহি, পাচে আমাৰ লোকে বাৰে পঁইতাৰ পৰা ভাগি আহিল। আমাৰ ভাল মানুহ পৰিল কোঁঅৰৰ হাজৰকিয়া ভামচিং ১, তিৰিং চাইকো হাজৰকিয়া ১, দলই হাজৰকিয়া ১, লানতিৰিং নেওগ ১, বৰ গোহাই পৰিয়া লাঙ্গি নেওগ ১, পোলোঙ্গা কোঁঅৰকে, লাচাম বৰুআকে, এই দুইক লোআ লগাই থলে। পাচে আমাৰ লোকে হুহকি আহি, দুই ফৈদ সৰাই ঘাটত বলহি।

পাচে ৰজা দেৱে বৰ গোহাঁই পৰিয়া লাঙ্গু নেওগক একো কাজ কাম নে জানে বুলি ভাঙ্গিলে; এঁওৰ মুৰে ত্যাওতিং কোঁঅৰক অধিকাৰ কৰি পঠালে। আৰু মৰঙ্গি খোআৰ সাজি গোহাইক পাণ্ডুৰ কোঁঠত থাকিব দিলেগৈ। পাচে ইহঁত দুয়ে পাইগৈ দু দিন আছিলে, এনেতে বঙ্গালে নাৱে ভৰে উজাই আহি আমাৰ আগিয়াঠুটিৰ আগ চকিৰ মানুহৰ কোঁঠত ধৰিলেহি। পাচে আমাৰ মানুহে জুধে নোআৰি হুহকি সৰাই ঘাটত বলহি। তাৰো পৰা আমাৰ লোকে কলিয়াবৰত বলহি। পাচে তিনি জনা ভাঙৰিয়া এঠাই হৈ, সনাৰ পৰা ভটিয়াই গৈ, সকলো বৰুআ ফুকন সহিতে একে ঠাই হৈ, গৰ প্ৰাপ্তি জতন কৰি কলিয়াবৰতে বল। বঙ্গালেও গৰ প্ৰাপ্তি কৰি কাজলিতে বলহি। পাচে ৰজা দেৱে তিনি জনা ভাঙৰিয়ালৈ কৈ পঠালে, বোলে, কাজলিত থকা বঙ্গাল ধৰি ধৰি দিয়ক। পাচে ৰজা দেৱৰ আগ্যা নৌ পাঁওতেই গৈ হৰি ডেকায়ে, ডিমৰুআ ৰজায়ে, এই দুয়ে বঙ্গাল খেদি কাজলিৰ কোঁঠ

গলগৈ। পাচে ভাদৰ দিনত তিনি জনা ডাঙ্গৰিয়া মানুহে সৈন্তে কাঙ্গলিত প্ৰবেশ দিলে; পাচে সমস্তে লোকে আলচ কৰি মিচাকৈএ কাঙ্গলি মুখ পালোহি বুলি ৰজা দেৱলৈ জনাই পঠালে; ৰজা দেৱে এই কথা সুনি বুলি গল, তিনি জনা ডাঙ্গৰিয়া গৰ প্ৰাপ্তি কৰি কলিয়াবৰত থাওক; বৰ বৰুআ প্ৰমুখ্যে ফুকন ৰাজখোআ কাঙ্গলিত থাকক, এই কথাকে লিখা দি লিকচন লাম্নি নেওগক পঠাই কোআলে, এনেতে এই কথা বঙ্গালে সুনি খেদি আহি কাঙ্গলি মুখৰ কোঁঠত জুধ ধৰিলেহি। পাচে আমাৰ লোকে বঙ্গালেৰে ন দিন বৰ জুধ হল। পাচে বঙ্গালৰ বিস্তৰ লোক পৰিল; আমাৰো কিচু পৰিল। এনেতে বঙ্গালে লুহকি আচিলে, পাচে এই কথাকে তিনি জনা ডাঙ্গৰিয়া সুনি, ৰজা দেৱৰ কথা এৰি কলিয়াবৰৰ পৰা কলঙ্গে দি ভটিয়াই জাগি পাইচিলেগৈ, পুনৰ বঙ্গালে কাঙ্গলিৰ কোঁঠ ভঙ্গালে; আমাৰ সমস্তে লোক কাঙ্গলিৰ পৰা ভাগি আহি তিনি জনা ডাঙ্গৰিয়াক জাগিত পালেহি। তিনি জনা ডাঙ্গৰিয়াক ৰাজ্যে বোলে, আমি সমস্তে লোক ভাগি আহিলো, তোমোলাক কলৈ জোআ? তিনি জনা ডাঙ্গৰিয়া এই কথা সুনি, সেই ঠাইতে খেনেক ভম্বি আচিলে, এনেতে বঙ্গাল নাৱেৰে খেদি আহিবৰ দেখি আমাৰ সকলেও বালিত নাও এৰি ভৰে পলাই আহিল। সেই সময়ত লাকো বৰ পাত্ৰে বাসি বোকাত পৰিলগৈ, এনেতে পিচা খোআ ভোমে টানি আনি পিটিত পেলাই ভৰে পলুআই লৈ আহিল। আমাৰ নাও আহিলা পাতি বঙ্গালে বিস্তৰ পাই নিলে। মমাই তামুলি বৰ বৰুআ কিচুতেহে ৰখ্যা পালে। বিহুআ, লাই, এই দুই হাজৰকিয়া জুধ ন কৰি হাবিত সোমাই আচিলে। আমাৰ সমস্তে লোক লুহকি আহি কলিয়াবৰত বলহি। পাচে ৰজা দেৱে এই কথা সুনি বিহুআ, লাই, এই দুই হাজৰকিয়াক কটোআলে। তিনি জনা ডাঙ্গৰিয়াক লুইতৰ দখিনে চাম ধৰাত থাকিব দিলে। উত্তৰে শিকচাইক গৰ প্ৰাপ্তি জাওতাই থাকিব দিলে। পাচে ৰজা দেৱক আগ্যাৰ দৰে সকলো নিৰ্ভয়েৰে আচিলে। লাকনি কাপলাও সঁকত বঙ্গালে নাৱে ভৰে খেদি আহি ভৰলি মুখত কোঁঠ দি বলহি, তাৰো পৰা বঙ্গালে ভৰলি পাৰ হৈ আহি আমাৰ কোঁঠৰ ওচৰত গৰ দি ৰহিল; বঙ্গালেৰে আমাৰে দিন দিন জুধ হল। এই কথা সুনি বৰ গোহাই উত্তৰত কোঁঠ দিলেগৈ, বঙ্গালে এদিন নাৱেৰে উজাই আহি জুধ ধৰিলেহি, আমাৰ মানুহে বৰ হিলৈ মাৰি বঙ্গালৰ নাও চাৰি খন ভাঙ্গিলে, বঙ্গালে নাও জুধে নোআৰি আলচ কৰি ৰাতি পুআতে ভৰে আহি বৰ গোহাইৰ পোনে গৰত ধৰিলেহি, বঙ্গালে পুআৰে পৰা গধুলিলৈকে জুধ কৰিলে; আমাৰ মানুহেও উবুৰি খাই ধৰিলে। তথাপি আমাক ভঙ্গাব নোআৰিলে। বঙ্গালৰ ন দৌল প্ৰমান হল; আমাৰ মানুহ একুৰি পৰিল। বঙ্গাল থকা ঠাইলৈ উলটি গল, বৰ গোহাই উত্তৰৰ পৰা দখিনলৈ আহি চাম ধৰাত বলহি। পাচে আনেকা দিনা বঙ্গাল হাতিএ খোৰাই আহি আমাৰ কোঁঠৰ কাখৰত গৰ দি বলহি। ডাঙ্গৰিয়া সকলে এই কথা ৰজা দেৱলৈ জনাই পঠালে। পাচে ৰজা দেৱে এই কথা সুনি. ভিতৰুআল তিৰিং বৰুআ ১, ৰূপ সন্দিকৈৰ নাতিএক লাই ১, লাঙ্গু কোঁঅৰ ১, চেও খামৰ নাতিএক ১, এই চাৰিক পঠাই দিলে। চাৰিএও গৈ, চাম ধৰা পাই তিন দিন আচিলে। এনেতে বঙ্গাল হাতিএ খোৰাই আহি ৰাতি পুআতে আমাৰ গৰত ধৰিলেহি। বৰ গোহাইৰ পোনে এবাহে, বুৰা গোহাইৰ পোনে এবাহে, এই ৰূপে ঠাই ঠাই হৈ ধৰিলে। আমাৰ ভিতৰুআল মানুহে অস্ত্ৰ সস্ত্ৰ চপাই দি জোৰ লগাই দিলে। কোনো ঠাইত পানি তপতাই মাৰিলে; বঙ্গালক খুচি, কাটি, টঙ্গনিয়াই, বগৰাই পেলালে। পাচে বঙ্গালে জুধে নোআৰি উলটি গৈ, আপোনাৰ কোঁঠত বলগৈ; পাচে আনেকা দিনা পুআ বঙ্গাল নাৱেৰে ভটিয়াই গুআহাটিত বলগৈ।

মাঘৰ দিনত আমাৰ লোকে কাঙ্গলি মুখত বলগৈ; লাকনি ভাওমাও সঁকত ৰজা দেৱ

পর্বতৰ গৰ বাস্কোতে মাটি বহি আই গৰ ন হই, ৰাজ্যতো ঘৰে ঘৰে উসুআ ধান গজিল, আৰু ৰাজ্যতো দুৰ্ভিক্ষ্য হল; আৰু কৌপতিয়া চৰাই ৰাজ্য চাকি উৰি উজাই গল। আৰু ৰাজ্য চাকি আকাসৰ পৰা হেমৰভিয়া সুতা পৰিল, গৰৰ ভলুকা কোটোহা বাঁহ ফুলিল। চমাহৰ পাচে আঘোনৰ দিনত ৰজা দেৱে লখৌত গৰ বান্ধিলে; ফাগুনৰ দিনত ৰজা দেও নগৰলৈ আহিল। বহাগৰ দিনত চৰাই দেও কৰিলেগৈ। স্নাওনৰ দিনত খেকলাই কৰিলে, আনেকা দিনা পূআ ৰজা দেও নৰিয়া পৰিল; তিনি জনা ভাঙৰিয়াকে মুখ্য কৰি বৰুআ ফুকন সকলেও দহ দিন দিনে ৰাতিএ পৰ দি আচিলে, তিনি জনা কোঁঅৰে ৰজা দেৱৰ লগ নেৰি আচিলে, পাচে ৰজা দেৱে মাতিব নোআৰাত সকু জনা গোঁহাই দেৱে আঠি, কাঁৰ, ধমু, হিলৈ, দা, বাৰু লৈ আপোনাৰ মানুহেৰে ভগা ৰজাকে, নৰিয়া ৰজাকে, এই দুইক ধৰিবৰ মনে সাৰধানে আচিলে। পাচে এই কথা দুই ভায়েকে জানি আলচ কৰি ভগা ৰজায়ে নৰিয়া ৰজাক বোলে, মোৰ শৰা জুৰি নাই; এতেকে আগ পাচলৈকো আসা নাই; মই ৰজা হবলৈ ভাল ন হই, তুমিয়েহে ৰজা হবলৈ ভাল, তথাপি তুমি তেও ৰজা নো হোআ ভাল, ময়ে ৰজা নাম লৈ থাই থাকিম; ৰাজ্য পাট সকলো থনি তোমাৰহে; পাচে নৰিয়া জনা সকলোৱে আলচ কৰি গৰ ভিতৰতে বহি ভিতৰৰ দুআৰ মাৰিব দিলে। পাচে সৰু জনা কোঁঅৰৰ মানুহৰ হাতৰ অস্ত্র সস্ত্র ক্যাৰ্হি লৈ মানুহকো খেদি সৰু জনা গোঁহাইক সুদা কৰিলে।

লাকনি বাইচি মুংচেও (৩৪,৩৫) সঁকত ৰজা দেও স্বর্গি হল। এঁওৰ ভোগ ১৯ বচৰ, ১৫৪৫ সঁকত।



## অনেক দেসৰ সম্বাদ।

Journal of Events.

মানে সৈন্তে ৰন কৰিবলৈ জাহাজৰ প্রধান সেনাপতি আদমিৰাল অস্তেন চাহাবে গডলৰ নামে জাহাজেৰে ২৮ মার্চত পিনাঙ্গ নগৰ এৰি প্রথম এপ্রিলত ৰাংগুন নগৰৰ নৈৰ মুখ পালেগৈ। ২ এপ্রিলত ফৌজৰ প্রধান সেনাপতি জেনৰল গদৱিন চাহাবে ৪ খন ভাপ জাহাজ আৰু ফৌজ নিয়া আন ৪ জাহাজে সৈন্তে কলিকতাৰ পৰা সেই ঠাইতে আগৰবিলাকৰ লগ ললেগৈ। পাচৰ দিনা মান ৰজাই কি কৰে, তাক সুধিবলৈ কাপ্তান লাতৰ চাহাবক কটকি ৰূপে বগা নিচান দি পঠালে; তেঁও জোআ ভাপ জাহাজলৈ মানে গুলিয়াই একো কথা বাত্রা হব নি দিলে। সেই ভাপ জাহাজেও উভতি গুলিয়াই মানৰ খাৰ ঘৰ জুই লগাই ফুটুআলে, তাতে অনেক মান মৰিল। পাচে নদিৰ মুখলৈ গৈ বাত্রা দিলত মান্দৰাজৰ পৰা অহা ভাগ ফৌজ নৌ পাইহি দেখি, সিবিলাকলৈ পলম কৰোঁতে আমি পুব ফালে থকা মার্ত্তবান নগৰ জুধ কৰি লম বুলি, ৪ এপ্রিলত ১৪০০ সেনা আৰু জাহাজকো তালৈ নিলে। সেই মার্ত্তবানৰ কোঁঠত ৫০০০ সেনা আচিল; তালৈ পাচ দিনা পূআ আক্রমন কৰি এপৰ বেলি জুধ কৰি তাক জিনি ললে।

পাচে মার্ত্তবান নগৰ ৰাখিবলৈ সেনা সেনাপতি থৈ সিবিলাকে উভতি গৈ ৮ তাৰিখত ৰাংগুনৰ মুখ আকও পাই, তাত মান্দৰাজ ফৌজ আগ দিনাই অহা বুজিলে। পাচে সকলো জুগুত হলত ৰাংগুন প্রধান নগৰ লবলৈ নদিএ দি উজাই গৈ ১০ এপ্রিলত নগৰৰ ওচৰত লংগৰ পেলালে। পাচ দিনা নদিৰ দাঁতিত থকা মানৰ কোঁঠবিলাকৰ পৰা জাহাজলৈ গুলিয়ালত জাহাজৰ পৰাও দিনটো ৰম গোলাৰে গুলিয়াই মানৰ কোঁঠবোৰ ভাঙ্গি পেলালে। ভগা কোঁঠৰ জি অৱসেস থাকিল, তাকো গধুলি বাম উঠি জুই লগাই পুৰিলে। সেই জুইৰ পহৰ নদি আৰু বনুআ জাহাজবোৰৰ ওপৰত পৰাত সকলো বৰ আচৰিত ৰূপে দিন জেন প্রকাস হল।



Portrait of the new Premier, the Earl of Derby.—From the Illustrated London News.

ইঙ্গলণ্ডৰ প্ৰধান ৰাজ মন্ত্ৰি লৰ্ড ডৰ্বি চাহাবৰ নকচা ।

পাচ দিনা সেনা আৰু কিছু বৰ টোপ বাম ভুলি আগ বঢ়াই নিলত এখান সৰুত কোঁঠ পাই তাতে বৰ যুদ্ধ লাগিল । তেতিয়া বদ বৰ টান হেতুকে তাৰ তাপেৰে মেজৰ ওকচ, মেজৰ গ্ৰিফিত, এই দুজন সেনাপতি পৰি মৰিল, আন তিনি জন সেনাপতিও ৰদৰ ধুমুৰে ধৰি পৰিল, কিন্তু পাচে জিলে । আৰু সত্ৰুৰ গুলিৰ দোআৰাই অনেক চিপাহি পৰিল, মেজৰ ৰগল চাহাবৰ কৰজনত গুলি লাগি সোমাই বল । সেসত্ৰু মানক খেদাই কোঁঠ আক্ৰমন কৰি ললে । সেই দিনৰ দিনটো জি নতুন নগৰ ৩০,০০০ মানুহেৰে সৈতে মান অধিকাৰে সাজিচিল, তাতে তাপ জাহাজৰ পৰা বম গোলাৰে গুলিয়ালে । গুলি সৰহকৈ পৰাত মানৰ অধিকাৰ সেনাপতিএ তাত থাকিবলৈ সাহ নে পাই বৰ দলৰ উত্তৰ ফালে গৈ সৰু খোঁটালি সোমাই ভয়েৰে কঁপি কঁপি থাকি আগ্যা দিব নোআৰা হল । পাচ দিনা ৰাতি তেঁও আৰু দুঅলিয়া সেনাপতিও ভাগি পলাল ।

১৩ তাৰিখত বৰ দলত জি কোঁঠ সাজিচিল, তাক লবলৈ কম্পানিৰ ইচা, কিন্তু তাৰ বাটত এসতকৈ অধিক ডাঙ্গৰ টোপ পতা হৈছিল, আৰু জাহাজৰ পৰা অনা টোপ তাকৰ হেতুকে তাৰে সৈতে যুজিবলৈ নু যুৰিলে; সেই নিমিত্তে আন আন বৰ টোপ জাহাজৰ পৰা ভুলি আনোতে দিনটো গল । পাচে ১৪ তাৰিখৰ পুআ সকলো যুগুত হলত সিৰিলাকে সত্ৰুৰ টোপ পতাৰ কাৰনে পোন বাটে ন গৈ পুব ফালে দি গৈ দলৰ ঐসান্যৰ চুকে বন ত্ৰিষ্টি কৰিবলৈ ঠাৱৰ কৰিলে । পাচে কেতখনি বেলি গুলিয়ালত সেই ফালৰ দুআৰ ৰখা মান সেনা তাকৰ তেন দেখি

কাপ্তান লাতৰ চাহাবে সেনা এমখাই সৈতে একে বেলিএ আক্ৰমন কৰিম বুলি নিবেদন কৰাত প্ৰধান সেনাপতিএ আগ্যা দি পঠালে। তেতিয়া দুআৰৰ ফাললৈ অভিমুখে গুলি ব্ৰিষ্টিৰ মাজেই লৰি গৈ দুআৰ পাই ভাঙি সোমাই, দলত উঠা খট খটি এখন দেখি গুলি পৰি পৰি থকাতো তাক নে মানি উৰি জোআ দি উঠি গৈ ইঙ্গৰাজি নিচান দলৰ ওপৰত তৰিলে। তেতিয়া ওপৰ আৰু তলতো থকা সেনাবিলাকৰ ৰন জইধনিযে ভুমি কঁপালে। আৰু মান সেনা ১০,০০০ হেজাৰ ভাগি গলত বৰ টোপ আদি মানৰ সকলো সামগ্ৰি কম্পানিৰ হাতত পৰিল। এই কেই দিনৰ ৰনত কম্পানিৰ সেনা ১৭ জন মাখোন মৰিল, খুন হল ১৩২।

মান দেসত থন কৰা কম্পানিৰ সেনাৰ সংখ্যা।

| | |
|---|---|
| গোৰা চিপাহি | ২৭২৭ |
| হিন্দুস্থানি চিপাহি | ৩০৪০ |
| ১৯ খন জাঁহাজৰ লোক | ২২৬০ |
| | ৯০২৭ |

প্ৰচৰ্পাইন ভাপ জাহাজ চালোএন নদিএ দি উজাই জাঁওতে এটা দলৰ পৰা লুকাই থকা মান সেনা ২০০ মানে জাহাজলৈ গুলিয়াই এজন মানুহক মাখোন খুন কৰিলে। পাছে সেই জাহাজে মানৰ ৭০ খন নমুআ নাও পাই কাঢ়ি নিলে।

মাৰ্তবাৰ নগৰক পুনৰ পাবৰ নিমিত্তে মানে এক ৰাতি জুধ কৰিলে, কিন্তু লব নোআৰি তালেমান হামিৰে হুহকি গল।

এই বছৰত কলিকতাৰ অধিকাৰে সেই নগৰৰ ভিতৰত চৰক পুজা কৰিবলৈ নিসেধ কৰিলে।

চৰখন্দু নগৰত ৩১ মাৰ্চত লেপ্তেন তত্তেনাম চাহাবে তুৰুক চোআ চিপাহিএ সৈতে কৌঠৰ পৰা ওলাই মমণ্ড নামে এবিধ সত্ৰু লোকেৰে জুধ কৰিবলৈ আগ বাঢ়ি গলত উত্তি চাই অকল চাৰি চিপাহি মাখোন দেখিলে, এহেতৈ সকলো হুহকি পলাল।

১৫ এপ্ৰিলত ৬০০০ মান মমণ্ড লোকে চৰখন্দু কৌঠত জুধ কৰোঁতে কম্পানিৰ সেনাপতিএ ৩০০ তুৰুক চোআ চিপাহিএ সৈতে ২ টা বৰ তোপ গুপুতে লৈ গৈ সিইতক গুলিয়াই ১৯ টা মান মাৰিলে, আৰু অনেকক খুন কৰিলে।

ৰামাৰচ নগৰৰ ওচৰত ১০ টা সোনৰ মোহৰ মাটি খানি পোআ গল, সেই কেইটা মোহৰ গৱৰ্নমেন্টে ললে, কিন্তু তাৰ ৫৮ টাৰ আখৰ খাই জোআত মাতিব নোঅৰা দেখি নিলামকৈ বেচিলে। আখৰ থকাবোৰক কম্পানিৰ অধিকাৰৰ নিমিত্তে ইংলণ্ডলৈ পঠাইচে। তাত লিখা ৰজাৰ নাম চন্দ্ৰগুপ্ত, সমুদ্ৰগুপ্ত, কুমাৰগুপ্ত, মহেন্দ্ৰগুপ্ত, এই সকলো ৰজাৰ কেতখনি মোহৰ তাৰ মাজত আছিল। ॥

## জুন, অৰ্থাত আহাৰৰ পঞ্জিকা।

Almanac for June, A. D. 1852. Sal. Sac 1774.

| জুন | জেঠ | বাৰ | তিথি | দিনমান | জুন | আহাৰ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৩ | ১৪ | ১৩ ৩৬ | ১৬ | ৪ | ৪ | ২৯ | ১৩ ৪১ |
| ২ | ২১ | ৪ | ১৫ | ১৩ ৩৭ | ১৭ | ৫ | ৫ | ৩০ | ১৩ ৪১ |
| ৩ | ২২ | ৫ | ১৬ | ১৩ ৩৭ | ১৮ | ৬ | ৬ | ১ | ১৩ ৪১ |
| ৪ | ২৩ | ৬ | ১৭ | ১৩ ৩৮ | ১৯ | ৭ | ৭ | ২ | ১৩ ৪১ |
| ৫ | ২৪ | ৭ | ১৮ | ১৩ ৩৮ | | | | | |
| | | | | | ২০ | ৮ | ১ | ৩ | ১৩ ৪২ |
| ৬ | ২৫ | ১ | ১৯ | ১৩ ৩৮ | ২১ | ৯ | ২ | ৪ | ১৩ ৪২ |
| ৭ | ২৬ | ২ | ২০ | ১৩ ৩৯ | ২২ | ১০ | ৩ | ৫ | ১৩ ৪২ |
| ৮ | ২৭ | ৩ | ২১ | ১৩ ৩৯ | ২৩ | ১১ | ৪ | ৬ | ১৩ ৪২ |
| ৯ | ২৮ | ৪ | ২২ | ১৩ ৩৯ | ২৪ | ১২ | ৫ | ৭ | ১৩ ৪১ |
| ১০ | ২৯ | ৫ | ২৩ | ১৩ ৪০ | ২৫ | ১৩ | ৬ | ৮ | ১৩ ৪১ |
| ১১ | ৩০ | ৬ | ২৪ | ১৩ ৪০ | ২৬ | ১৪ | ৭ | ৯ | ১৩ ৪১ |
| ১২ | ৩১ | ৭ | ২৫ | ১৩ ৪০ | | | | | |
| | | | | | ২৭ | ১৫ | ১ | ১০ | ১৩ ৪১ |
| ১৩ | ১ | ১ | ২৬ | ১৩ ৪০ | ২৮ | ১৬ | ২ | ১২ | ১৩ ৪১ |
| ১৪ | ২ | ২ | ২৭ | ১৩ ৪১ | ২৯ | ১৭ | ৩ | ১৩ | ১৩ ৪১ |
| ১৫ | ৩ | ৩ | ২৮ | ১৩ ৪১ | ৩০ | ১৮ | ৪ | ১৪ | ১৩ ৪০ |

জুলাইৰ প্ৰথম দিনৰ ৰাতি ৭।৩৬ ঘণ্টাৰ পৰা ১১।৪ ঘণ্টালৈকে চন্দ্ৰ গ্ৰহন হব। ৯।১৫ বজাৰ সময়ত সৰ্বগ্ৰাহ হব।

THE ORUNUDOI,
*Printed and Published by* O. T. CUTTER, *at the Sibsagor Mission Press.* N. BROWN, *Editor.*

অৰুনোদৈ

৭ বচৰ। মোং শিৱসাগৰ, জুন, ১৮৫২। নম্বৰ ৬।

VOL. VII. SIBSAGOR, ASAM, JUNE, 1852. NO. 6.

## লিদিয়া স্তুৰ্তিবেন্ত, নাইবা আত্মাক নাস কৰা ঠাৰৰ।

Lydia Sturtevant, or the Fatal Resolution.

লিদিয়া স্তুৰ্তিবেন্ত নামেৰে এজনি কন্যা জি ১৬ বচৰ বয়সত মৰিল, তাই মোৰ চিনা পৰিচইৰ মাজত আছিল, আৰু তাইৰ মাক বাপেক নুইংলণ্ড আমেৰিকাৰ এটা প্ৰদেসত নিবাস কৰি মান্যৱন্ত আৰু ধৰমি আছিল; তাইৰ মন জুগুত কাৰতে অনেক খৰচ কৰা হল, তাইৰ পাতল স্বভাও, আৰু দেখিবলৈকো সুৱনি হোআতে মাক বাপেকে চিকন বুলি সলাগিলে। আৰু বন্ধুবিলাকৰ মাজতো প্ৰধান হৈ অলঙ্কাৰৰ নিচিনা আছিল। আৰু জনা বুজাবিলাকেও তাইক ভাল বুলিলে।

সৰু কালত তাইৰ মন সত্য ধৰমত কেনেকুআ আছিল, তাক সম্পুৰ্ন ৰুপে মই জানিব নোআৰিলোঁ। তেও সৰু কালৰে পৰা তাই জে সত্য ধৰম উত্তম বুলি মানিলে, এয়ে ঠিক হই। আৰু মৰনৰ পুৰ্বে খ্ৰিষ্টিয়ান হবলৈ তাইৰ বৰ ভাৰসা আছিল। তাইৰ মনত জে ধৰমৰ কথা সকল বৰকৈ লাগিচিল, তাক ১৮২৪ জুলাই আৰু আগষ্ট মাহত তাইৰ মনত ভাবনা টানকৈ লাগিল, ইয়াকে সেই বচৰৰ পুৰ্বে জনা ন গল। তেতিয়া তাই মনতে পালে, জে এই দৰে ধৰম হেলা কৰি থকাতে সঙ্কা আচে; বিসেসকৈ এক ৰাতি পুআ টোপনিৰ পৰা উঠি তেতিয়াই তাই ধৰম গ্ৰাজ্য কৰিব লগা আৱস্যক আচে, এনে ভাবনা প্ৰথম বাৰ মনত পৰিল। কিয়নো কিচু পলম কৰিলে প্ৰান ঘোৰ জাতনাত পেলাবলৈ ভই আচে, তাই জেনেকৈ কৈচে, তেনেকৈ পবিত্ৰ আৰু উচিত হও দিঁওতা সুচি পৰম ইশ্বৰৰ আগত তাই আপোনাকে আপুনি বৰ পাপি হেন দেখিলে, জে খ্ৰিচু খ্ৰিষ্টত বাহিৰে আন কতো একো উপাই নাই, জে খ্ৰিষ্টত সকলো জুগুত আৰু পৰিপুৰ্ন ৰুপে পৰিত্ৰান আচে, আৰু তেঁও তাইক সন্তোসেৰে গ্ৰহন কৰিবলৈ তেতিয়াই জুগুত আচে। এই হেতুকে বেলি কৰিলে কি জানি তাইৰ আত্মা হানি কৰা হব, এতেকে তাই পৰিমান চালে, তাই বাদ বিচাৰ কৰিলে, তাই প্ৰাৰ্থনা কৰিলে, এই সকলোৰে পৰা তাই মন ঠাৰৰ কৰিলে, জে সেই দিন সেস নৌ হওতেই মন পালটাই, জি পৰিত্ৰানৰ উপাই তাইক উপজাচি দিয়া হৈচে, তাকে গ্ৰাজ্য কৰিব। তেতিয়া তাই ঠিককৈ মন পালটোআ নাই, কিন্তু সেই দিনত কৰিম বুলি থিৰ কৰিলে। সেই ঠাৰৰ আপোনাৰ মনৰ পৰিমান চোআ কথা হই বুলি তাই ঠিক কৈ জানিলে। আৰু তাইৰ অনন্ত পৰম আয়ুস জি পৰিত্ৰানৰ কথা, ইমান সিঘ্ৰে ভাল ৰুপে সিধি হব, ইয়াকে জানি তাইৰ মনত কুসল আৰু সান্ত্বনা পালে। কিন্তু দিনৰ দিনটো সেই কথালৈ মন কান এৰি মানুহৰ লগত আৰু আন কামতো দিন নিয়ালে। অনেক মাহৰ পৰাহে জেনেকৈ তাই অচেতন নিৰ্ভাবনা ৰুপে আচৰন কৰিলে, প্ৰাই তেনেকৈ সেই ৰাতিতে আপোনাকে পালে।

ধৰমৰ কথা তাইৰ মনত পাচ দিনা ৰাতি পুআ পুনৰাই আগতকৈ টানকৈ লাগিল। সোন

কালে মন নে পালটালে পাচে কি অৱস্থা হব, তাকে তাই আগতকৈ প্ৰকাসিত ৰুপে দেখিলে । আগৰ ৰাতি পুআ থিৰ কৰা কথা তজাৰ নিমিত্তে তাই আপোনাকে আপুনি অনেক নিন্দা বিচঙা কৰিলে । আৰু জি জাতনা কৰ লগা নাই, কেৱল মনলৈহে জনা হল, এনে জাতনাৰে সৈতে আন এটা কথা থিৰ কৰিলে, তাই কোআৰ নিচিনাকৈ জে সেই দিনৰ গধুলি নৌ হঁওতেই ধৰম কৰিবলৈ আৰম্ভন কৰিব; তথাপি মন এনে থিৰ হোআতে তাইৰ বিয়াকুল আৰুও গুচুআ হল । আৰু আগৰ ৰাতি পুআ আগ্যা চন কৰাত তাই আপোনাৰ মনত কিচুমান দুখ পালে, আৰু আগেএ জেনেকৈ তাই আপোনাৰ সক্তিত বিস্বাস কৰিলে, এতিয়া সেই বিস্বাস কমিল, তেও এতিয়া তাই আপোনাৰ কথা ইমান দ্ৰিঢকৈ থিৰ কৰিলে, তাই কথা বাত্ৰাতে আপুনি ইমান অতিসই ৰুপে গধুৰ আচিল, জে তাই জি কৰিব তাতে একেৰিও সংসই নে লাগে বুলি জানিলে । আৰু তাই সিদ্ধে খ্ৰিষ্টিয়ান হব বুলি আসা দেখাতে মনৰ দুখ গুচিল; এতিয়া তাই জেনে কথা ভাবিলে, পৰম ইস্বৰৰ পখত জাবলৈ আগমন্ কৰি এক খোজ কাঢ়িলে । সেই দিনত মন পালটাবলৈ সকত প্ৰতিগ্যা কৰি তাৰ নিমিত্তে উপাই কৰিলে । জেনেকৈ কৈচে তেনেকৈ ভাবিলে, জে আপোনাৰ মন ধৰমত আসক্ত হল, আৰু তাইৰ কথা জে প্ৰকাস কৰিব তাতে প্ৰাই কিঞ্চিতো সংসই নাই । সেই দিনো আগৰ দিনৰ নিচিনাকৈ গল; দিনৰ মাজতে কেতিয়াবা কেতিয়াবা তাই আপুনি থিৰ কৰা কথাৰ বিসয়ে ভাবনা চিন্তা কৰিলে, তথাপি ইমান বৰ সকতকৈ ন হই, জেনেকৈ তাই ৰাতি পুআ হৈচিল, আৰু একো কাৰ্জ সিধি কৰা ন গল ।

পাচে ৰাতি পুআ তাইৰ মন আৰুও উচাহ লাগিল, আৰু তাইৰ থিৰ কথা পুনৰাই মনত কৰিলে, তথাপি আগৰ নিচিনাকৈ তাই কথা এৰি পেলোআ হল । আৰু এই দৰে কথা থিৰ কৰে, পুনৰাই আৰুও তাই থিৰ কৰা কথা ভাঙে, জেতিয়ালৈকে তাই সকলো আসা ভাৰসা ঢিক কৰি এৰিব নোআৰিলে; আৰু আগৰ জি তাইৰ কঠিন মন পুনৰপি তালৈকে উভতি গল । এনেকুআ হলেও তথাপি তাই নিচয়ে অচেতন কৰা ন হল, কিন্তু তাইৰ খ্ৰিষ্টিয়ান হবলৈ আসা আচিল, আৰু তাৰ নিমিত্তে মনো থিৰ কৰিলে; তেও এই কথা প্ৰকাস কৰিবলৈ অধিক দুৰ হেন মনে ভাবিলে, আৰু সেই কথাৰেই পুনৰপি তাই এই জগতৰ সুখ ভোগলৈ উভতি গল ।

এই সময়তে তাই এখান ওচৰৰ গাঁৱত অলপ কাল থাকিবলৈ গল, সেই কাৰনে মই তিনি মাহ মানলৈকে তাইক দেখা নে পালোঁ । পাচে এক দিন ৰাতি পুআৰ সময়ত মোক মাতিলে, তাইক মৰনৰ সজ্যাত দেখিবৰ কাৰনে । তাইৰ সেসৰ বেমাৰ নিচেই চুটি, কেৱল পাঁচ দিন মাথোন বেমাৰ হৈ থাকিল । তাইৰ বৰ ৰোগ এনে চমতকাৰ হৈচিল, জে মৰনৰ পুৰ্বে আঠ ঘণ্টা মানৰ পৰা তাই মৰিব বুলি তাকে বুজিব নোআৰিলে; আৰু তেতিয়ালৈকে পৰিত্ৰান পাবৰ কাৰনে মনত চিন্তা ভাবনা কৰা দেখা ন গল, ৰাতিৰ এন্ধাৰ গুচি অলপ দিনৰ পহৰ হোআ সময়তে অৰ্থাত জি প্ৰাতস কালে তাই ম্ৰিত্যু হল । তাইৰ মৰনৰ সমই জে ওচৰ চাপিল, ইয়াকে সেই সময়ত আন লোক সকলে তাইত কলে, আৰু এই বেমাৰে তাইক মাৰিবৰ নিমিত্তেহে হৈচে, এই কথাকে তাই সুনি অতি আচৰ্জ হেন মানিলে । সেই ঘণ্টাতে তাইৰ মনত জি বেদনা পালে, তাক কৰ লগা নাই; তাইৰ চাৰিও কালে নিৰ্জান আচিল; অতিসই প্ৰভাত কাল কিচু মানৰ পাচে লোকা লুকিৰ সময়ত জি আপোনাৰ বিনাস কৰা কথা থিৰ কৰিচিল, প্ৰাই সেই সমই হৈচিল । সোআ খোঁটালিৰ আৰু তাৰ চাৰিও কালে থকা বস্তু বেহানিএ তাইৰ আগেএ থিৰ কৰা কথা পুনৰাই মনলৈ আনিলে, আৰু আত্মাৰ জি দুখ অৱস্থা হব তাকে বিয়াকুল চিন্তাৰ দোআৰাই তাইৰ মন একে বেলিএ পুৰ কৰা হল । পৰম ইস্বৰৰ আগত তাই বৰ অতিসই পাপি হই, তাকে তাই এতিয়া দেখিলে, মৰনৰ সমইত পাপৰ পৰা মন নে পালটোআ, খেমা নো হোআ, ভাৰসা নাই কিয়া, পবিত্ৰ আত্মাই দুখ পাই এৰি গল, আৰু তাই পৰিত্ৰান কৰোঁ-

তাক হেলা কৰিলে, অতি ভয়ঙ্কৰ মহা সোধৰ দিন আৰু তাইৰ জি কষ্ট প্ৰতিফল, এই সকলোকে ঠিক তাইৰ আগত দেখা গল।

তাইৰ অৱস্থা তোমাৰ আপোনাৰ জেন হই, ইয়াকে এক খন্তেক মান ভাবা। জি সময়ই অনন্ত কাললৈ বুগুত হবলৈ তাইক দিলে সেয়ে ঢুকাল; সংসাৰিক সুখ পাবলৈ জি আসা আৰোগ্য দেহ আৰু সক্তি গুচিল, তাইৰ সৰিলত ৰোগ ইমান বেগতে বাৰ্হিল, জে তাইৰ তেজ অতি সিঘ্ৰে ৰহিত হৈ বন্ধ কৰিলে, আৰু তাইৰ প্ৰান বায়ু গমন কৰা কঠিন হল, আৰু মূৰ্চিত ভাও আৰু দুখৰ দোআৰাই সৰিল ভগাৰ নিচিনা হৈ মৰন তাইৰ আত্মাৰ ওপৰত অধিকাৰ হল, এনে অৱস্থাত আত্মাৰ বিসই তাই আৰু কি কৰিব পাৰে? তথাপি এতিয়া কাৰ্য্যাৰ কৰিবৰ আৱস্যক; জদি ন কৰে, তেন্তে পৰিত্ৰান কেতিয়াও পাব নোআৰে; কিয়নো নিচই অলপ ঘণ্টাৰ পাচত আৰু কাল ন হব। এক সময়ত তাইৰ জাতনা সহিবলৈ ইমান টান আৰু তাইৰ সক্তি ইমান হিন হল, জে তাইৰ আত্মা অনন্ত সাস্তিলৈ হেৰাল বুলি নিচইকৈ জানিলে। আৰু তাৰ নিমিত্তে এতিয়া একো কৰিব নোআৰিম জেন দেখি তাইৰ আত্মালৈ জি ঘোৰ জাতনা, তাক পাবলৈ তাইৰ মন অলপমান খন্তেক অতি বিয়াকুল ৰুপে দেখা গল, কিন্তু হাই হাই হেৰালহে! সেই কথা কেনে, এনে কথা ভবাতে তাইৰ অমৰন জিৱনলৈ জিয়া কেঁকোৰা বিচাৰ নিচিনা আছিল, আৰু তাৰেই তাইৰ গোটেই সৰিল ভয়তে কঁপিবলৈ ধৰিলে; তাই জিবলৈ আৰুও জতন কৰিলে; তাই আলাগি চকু মাজি আৰু সকলো সক্তিএৰে প্ৰাৰ্থনা জেন কৰা হব, এনেকুআ দেখা হল, হাই হাই! সেই প্ৰাৰ্থনাই জেনেকুআ জাতনা দেখালে, জেতিয়ালৈকে তাইৰ নিৰ্বলি সৰিল ভাগি মূৰ্চিত ন হল, তেতিয়ালৈকে তাই মাত মাতি মাগন কৰি খেমাৰ নিমিত্তে দায়া খুজিলে; অলপ কাল বলিয়া হোআত মন থিৰে নে থাকিল, তাই জে ৰোগৰ পৰা পুনৰাই ভাল হল, এনেকৈ সপোনত দেখি আপোনাৰ সগৰিয়াবিলাকক কাম আৰু সান্তনাৰ অৰ্থে অস্থিৰ ৰুপে প্ৰকাসকৈ জনালে; কিন্তু অলপমানৰ পাচে গিয়ান আহি তাইৰ ভুল দেখাই অতি বেগেৰে তাই জি অনন্ত দুখৰ ভাগ পাব, তাকে ঠিককৈ বুজালে; নৰক অৰ্থাত তলি নাই কিয়া গাঁতৰ পাৰত কঁপি কঁপি থাকি অনন্ত নৰকৰ সাস্তিলৈ তল জাবলৈ ধৰিলে, ইয়াকে বেলিএ বেলিএ বুলিচিল।

এনেকুআ ভয়ানক ভাবনাত তাই প্ৰাৰ্থনা কৰিবলৈ সক্তি বিচাৰিবলৈ কাৰ্য্যাৰ কৰিলে; কিচুমান সক্তি পাই তাই পুনৰাই এনে গ্ৰিষ্টকে মাগন কৰিলে, জে তাইৰ নিৰ্বলি সৰিল ভাগি আৰুও মূৰ্চিত হল, সেই সময়ই প্ৰাই দুপৰিয়া; গোটেই ৰাতি পুআ তাইৰ সোআ বিচনাৰ চাৰিও কালে প্ৰাৰ্থনাত নাইৰা তাইক পৰিত্ৰানৰ অধিকাৰৰ হাতত সোধাই দিবলৈ উপাই কৰাতে নিয়া হল। কিন্তু সেই সকলো বিফল জেন দেখা গল, এতিয়া তাইৰ সৰিলৰ সক্তি প্ৰাই সকলো ঢুকুআ হল; তাইৰ ভৰিৰ আৰু হাতৰ আঙুলি চেঁচা হৈ কঁপালত মৰনৰ ঘাম গোট খালে, আৰু ভয়ানক নিৰ্ভাৰসা তাইৰ আত্মাৰ ওপৰত অধিকাৰ হবলৈ বুগুত হল। তাই আপুনি আৰু আমিও দেখিলোঁ, জে জি খন্তেকত মৰিব, সেয়ে ওচৰ আৰু পৰকালত জি দুখৰ জাতনা অপেখ্যা কৰিব তাত একেবিও সুখ নাই; কিন্তু তাই তাৰ পৰা হহকি ধমকা খাই বল। আৰু তাই মোলৈ চকু তুলি চাই আৰু তাইৰ চাৰিও কালে থকাবিলাকক তাইৰ কাৰনে দায়ালু ইশ্বৰৰ আগত প্ৰাৰ্থনা কৰিবলৈ মিনতি কৰিলে।

তাইৰ সোকান্বিত বাপেক তাইৰ কোলত বহি জি বেলেগ আক্ৰিতি ধৰিচে, তাকে দেখোঁতে তাই মুখ ঘুৰাই চাই কলে, এনে দৰ্সনেৰে জিহকে কেৱল মাক বাপেকেহে বুজিব পাৰে; হে মোৰ প্ৰিয় পিত্ৰি মোক উপকাৰ কৰিব নোআৰা নে? আৰু অলপমান বেলি তুমি মোক জিয়াই ৰাখিব নোআৰা নে? হাই হাই! মোৰ কাৰনে প্ৰাৰ্থনা কৰা, মোৰ কাৰনে প্ৰাৰ্থনা কৰা। তাইৰ বিচনাৰ চাৰিও কালে আমি আৰুও আঁঠু কাৰ্হি তাইক ইশ্বৰৰ হাতত সোধাই দিবলৈ জতন কৰিলোঁ। তাইক পুনৰপি মই ত্ৰান কৰোঁতালৈ বাট দেখাবলৈ কাৰ্য্যাৰ কৰি কেতবোৰ

জি অঙ্গিকাৰ উচিত জেন দেখিলো সেই অঙ্গিকাৰ জেতিয়া তাইলৈ কৰ ধৰিলো, তেতিয়া তাই টান মাতেৰে সৈতে কলে; "মই খেমা পাবলৈ অসাধ্য, মোৰ কাল চুকাল, মোৰ কাল গল।" পুনৰাই তাইৰ সেই বিনাসৰ থিৰ কৰা কথা মনত কৰি এনে প্ৰাৰ্থনা কৰিলে, বোলে, তাই জেনেকৈ ধৰম হেলা কৰিলে সেই ৰুপে জেন আন জৌৱন লোকবিলাকে ন কৰিব, ইয়াকে মোৰ সভাত থকা লোক সকলক বুজাবলৈ মোক মিনতি কৰিলে, মন পালটাবলৈ কেৱল কথা থিৰ কৰি থাকিবৰ উচিত ন হই, মোৰ মৰনৰ অৱস্থা সুঁঅৰি তাৰ পৰা বুধি লৈ সাৱধান, সাৱধান হওক বুলি কলে; পুনৰপি প্ৰাৰ্থনা কৰিবলৈ আৰম্ভন কৰিলে, তথাপি মুৰ্চিত হৈ গল।

এতিয়া তাই কথা উচাৰন কৰিব নোঅৰা হল, তাইৰ চকুৰ আক্ৰিতি ভয়ানক ৰুপ হৈ জি জাতনা কব নোআৰে সেই অতিসই জাতনা কেতিয়াবা কেতিয়াবা বুজালে; তাই মন উচাহি একেৰিও কম হোআ জেন দেখা ন গল, আগেএ জেনেকৈ প্ৰাৰ্থনা কৰিবলৈ হই এতিয়াও সেই ধৰে আচে, জদ্যাপিও এতিয়া কথাতকৈ দুখ জাতনা আৰু কৈঁকনিৰ দোআৰাই তাইক দেখিবলৈ আন ৰকম হল। জেতিয়ালৈকে প্ৰত্যেক অঙ্গ দুৰ্বলি হৈ ন গল, তেতিয়ালৈকে কৈঁকনি ৰুপে প্ৰাৰ্থনা কৰি নাইৰা মুৰ্চিত হৈ হৈ থাকিল, আৰু সেসতে দিঘল নিস্বাস কাঢ়ি জি ঠাইৰ পৰা কেতিয়াও উভতি নাহিব, সেই ঠাইলৈ তাইৰ আত্মা উৰি গল।

মই এই মৰনৰ দ্ৰিষ্টিৰ পৰা জোআতে জাৰ অৱস্থা সলাব নোঅৰা জি এই অতি প্ৰেমৱন্ত কন্যা তাইৰ সংখেপ বিবৰন পৰিমান চাই লিখিবলৈ মন কৰিলো; কিন্তু অলপমানৰ আগেএ তাই দোস দেখিলে আৰু ভাবনা মুত্ত বাত্ৰাৰ অঙ্গিকাৰ পৱিত্ৰ আত্মাৰ উপকাৰ পাবলৈ ঠাই আচিল; উধাৰ কৰোঁতাই মাতিলে, পৰম আত্মাই উদগাই, তাই মন দি পৰিমান চালে আৰু মন থিৰ কৰিলে, কিন্তু হাই হাই! সেই থিৰ কৰা কথা পাচলৈহে খোআ হল; জদ্যাপি অলপমান ঘণ্টা২ নিসগ আচিল, তেও পাপ আত্মাই তাইৰ মনত জি জি সিঁচা হল, তাক কাঢ়ি নিবলৈ জি কাল লাগে তাক দিয়া হল; জি কথা তাইৰ মনৰ খেদ গুচাই মন পালটাবলৈ বাধা কৰিলে, এয়ে তাইৰ আগলৈ মন পালটাবলৈ ঠাৱৰ কৰিলে, নাইৰা জি তাই আপুনি কৈচিল, সেই বিনাসৰ থিৰ কৰা কথা; জদি তাই ঠিককৈ মন পালটাই, কথা থিৰ কৰাতকৈ জদি ধৰম গ্ৰাজ্য কৰিলেহেঁতেন, তেন্তে তাইৰ মৰন নিচই সৰু কালত হলেও, তথাপি সেয়ে তাইলৈ জয়তকৈ জই সান্তনা হৈ তাইৰ মৰনৰ পাচত সুস্বভাও সুঁঅৰি সকলোএ আসিৰ্বাদ কৰিলেহেঁতেন, আৰু পৰকালত মহিমা জুক্ত হলহেঁতেন।

কিন্তু মন পালটাই খ্ৰিষ্টিয়ান হম বুলি থিৰ কৰা কথা জি ইমান গধুৰ ৰুপে থাপন কৰিলে, আৰু ইমান সোন কালে সিধি কৰিব, তাকে কি সতেৰে এনে কেলেসলৈ এৰি দিব পাৰিলে; তাৰ উতৰ প্ৰকাসিত আচে, এই কথাৰ মাজত আমি মানুহৰ কপটিয়া হোআ মন আৰু চইতানৰ মায়াৰ জাল দেখিচো। ঐকে বেলিএই দোস দেখি মন পালটাওক চাৰি থিৰ কৰা কথাতে তাই মন ভাল বুলি মানিলে, জেতিয়ালৈকে সংসাৰিকৰ কাম আৰু সুখ ভোগেৰে সৈতে তাইৰ মন পুৰ কৰা ন হল। তাইৰ কথা ইমান সকত ৰুপে থিৰ কৰিলে, আৰু ইমান সোন কালে সিধি কৰিব, ইয়াকে ভাবি মনত কিচু আনন্দ পাই তাইৰ চিন্তা চুকাই গল। তাই সেই দিনত মন পালটাম বুলি জি কথা থিৰ কৰিলে, সেয়ে বিবেচনাত ভই গুচালে। আৰু এই দৰে ঐকে বেলিএই মন পালটাবলৈ জি অতি সক্তিমন্ত চেতনা কৰোঁতা আচিল, তাকে গুচুআ হল, তাইৰ স্বভাৱত জি লাগিল সেয়ে কেৱল কানিৰ বাগিৰ নিচিনা প্ৰবঞ্চনা কৰা মৰনহে। জি ইস্বৰৰ দুতে নে ভাঙ্গে মানে আন কোনেও ভাঙ্গিব নোআৰিব, সেয়ে এনে বিনাসৰ চৌপনিত পেলালে।

এমে মায়াত পৰি অলি নাই কিয়া গাঁতলৈ কিমান থৈচে, আমাৰ ভয়ানক প্ৰমানিক, হে পঢ়োঁতা, তোমাৰ এই দৰে ন হই নে? তুমি কিয়

অচেতন হৈ থাকা' তুমি ইয়াৰ পাচত মন পালটাবা বুলি থিৰ কৰিচা, ইয়াৰ কাৰন ন হই নে' এনে কোনো নিদ্ৰাত দিয়া দৰৰ দোসাদোস গিয়ান অচেতন হৈ তাক টোপনিত বন্ধ ৰাখিবলৈ তোমাৰ মনত ন লগাকৈ তুমি এক দিন বা এক ঘণ্টা মাথোন জিয়াই থাকিব পাৰিবা নে' সেই ৰূপে ঘণ্টাৰ পাচত তোমাৰ মৰন জে আহিব, এয়ে জদি এতিয়া প্ৰকাস হোৱা হলে, তুমি সাৰ নে পাবা নে? পৰম ইশ্বৰক পাব পাৰা, জি সুভ কালত তুমি অতিসই ৰূপে কাতৰ্য কৰি নু খুজিবা নে? তেও তুমি অলপাতে মৰিবা, ইয়াকে ঠিক জনা জি অৱস্থা, আৰু তোমাৰ এতিয়াৰ অৱস্থাই কেনে বেলেগ। মৰন অৱস্যে আহিব, তেন্তে জেতিয়া তুমি জোন কালে মৰিব লাগে, এই কথা ঠিকৈক জনা গল, কি কাৰনে এনে অচেতন হৈ মৰনলৈ জুগুত হবলৈ উপাই ন কৰা? স্বৰগ আৰু নৰক এই দুইৰ জি ভোগ তোমাৰ আগন্তুক আচে, তাক বাচি লবলৈ কি সংসাৰৰ মায়াই তোমাক বিনাসত টোপনিত ৰাখিচে, মৰনৰ পাচতহে মন পালটাবা বুলি অৰ্থাত সেই অতি চল কৰা ঠাৰৰ, ইয়াৰ বাহিৰে আন কথা নাই; এই কথা আৰু তাৰ ওপৰত থকা মিচা ভাৰসা গুচাই তুমি টোপনিয়াই থাকিব পাৰা নে? কেতিয়াও ন হই, সেসৰ দিনত ভেঁৰিৰ সবদ সুনাৰ নিচিনা তুমি টোপনিয়াই থাকিব নোআৰিলাহেঁতেন।

তেন্তে মন পালটাবলৈ কেৱল থিৰ কৰা কথা ও অতি মায়া হই, ইয়াকে প্ৰকাস ৰূপে এতিয়া দেখিব পৰা হল। সেয়ে জি অচেতন মন এতিয়াও তোমাৰ আত্মাক সৰ্বনাসত পেলাইচে তাকে পালন কৰিচা; ইয়াৰ পাচে মন পালটাম বুলি জিমান টানকৈ থিৰ কৰা, সেয়ে একো ন হই, কিয়নো তোমাৰ থিৰ কৰা কথা জেনে, তোমাৰ মিচা ভাৰসাও তেনে হল। আৰু ইয়াতে বিস্বাস কৰি তোমাৰ দোসাদোস ধান কমি কাৰ তোমাৰ কথা সিধি কৰিবলৈ কাল কিয় ও উচৰ, সেয়ে একো ন হই, .ৱ কেৱল "পিত্ৰিক পুতিবলৈ" তোমাৰ নিচিনা, নাইবা অকল "মৰৰ মানুহবিলাকত বিদাই লবৰ নিমিত্তে," (লুক ৯:৫৯, ৬১,) একো ন হই; জদি কেৱল আধা ঘণ্টা মানহে বেলি কৰা হই, তেন্তে সকলো জগতৰ ধন জসস্যাৰে প্ৰতিফল হব নোআৰা জি সঙ্কা সেয়ে তোমাৰ ওপৰত পৰিব। এতিয়া মন পালটাবলৈ আগ্যা আচিল, তথাপি পলম কৰা হলে সেই আগ্যা হেলা কৰিলে, আৰু কাম বা মিত্ৰিৰবিলাকৰ লগত সুখ ভোগ পাবলৈ এৰি দিব পাৰে, নাইবা পবিত্ৰ আত্মাক জানৈ দুখ দি দুৰ কৰে, নাইবা জি পাপ জগতৰ কেলেস আৰু কেঁকনি আৰু চকুৰ পানি এই সকলোএ প্ৰাচিত্ত দিব নোআৰে, এনে বৰ পাপ কি জানি থাকিব পাৰে। কেৱল এই মন পালটাম বুলি কোআ কথা জেতিয়ালৈকে আৰু হব লগা নাই, তেতিয়ালৈকে দণ্ড পোআ ঠাই অৰ্থাত নৰকত নিবাস কৰালে। সেয়ে চইতানৰ আটাইতকৈ চল কৰা মায়া হৈচে, আৰু তাতে বিশ্বাস কৰিবলৈ এক ঘণ্টা মানো উচিত ন হই। জাত্ৰিকৰ মায়া মাটিৰ নিচিনা হই, তাতে জি জন টোপনিত পৰিচে, সি মৰনৰ দুআৰতহে সুই থাকিচে, ধৰমৰ কেতিয়াবা লাভ জদি হব, সেই লাভ এতিয়াই হৈচে, আৰু তাৰে কেতিয়াবা নিৰ্বন্ধ কৰা জদি হব, এতিয়াও নিৰ্বন্ধ কৰা হৈচে; জদি সৰ্বোপৰি পৰম ইশ্বৰক তুমি কেতিয়াবা সেৱা কৰিবৰ উচিত আচে, তেন্তে এতিয়াও তেঁওক সেৱা কৰিব লগা হল। জি কৰম হেলা কৰিবলৈ নাইবা উৰ্মলিবলৈ ন হই, কিন্তু কৰিব লগা এনে বিসয়ে ধৰম আচে, তুমি মনত কৰা কথা বা অঙ্গিকাৰ বা ঠাৰৰ মাথোন দিব লাগে, এনে ন হই; কিন্তু একেবেলিএই মন চিত পৰম ইশ্বৰক সমৰ্পন কৰিব লাগে, অৰ্থাত বাক্য আৰু আত্মা আৰু পৰম ইশ্বৰৰ পবিত্ৰ ইচাৰে আচৰন কৰি প্ৰভু খ্ৰিষ্টৰ প্ৰাচিত্তত সন্তুষ্টেৰে বিস্বাস কৰিব লাগে। ধৰমৰ অৰ্থে কেৱল মানুহে কোআ কথা লব নোআৰে, এক নিমিসো বিস্বাস ৰাখিব নোআৰে, কেৱল প্ৰভু যিচু খ্ৰিষ্টত আসুই ন ললে সকলো অকাজ, আৰু মন পালটাম বুলি যিচুকৈ ... কাৰ

সেও যদি বেলি কৰিব, তেন্তে "এতিয়া সকলো ঠাইতে আটাই মানুহক মন পালটাবলৈ আগ্যা কৰিচে ।" পাঁচনিবিলাকৰ কৰম ১৭:৩০ । এনে জি সকত আৰু সুচি পৰম ইস্বৰৰ সাত্ৰত দিয়া আগ্যা, তাকে কোনো মতে পৰিপুন কৰিব নোআৰে; হে পৰ্হো়তা মানুহ, অতি ভয়ঙ্কৰ, সৰ্বসক্তিমন্ত পৰম ইস্বৰে জি সেই দ্ৰিঢ় আগ্যা দিলে, আৰু তেঁওৰ সেসৰ সোধত দিয়া প্ৰতি-ফল, আৰু তোমাৰ অমূল্য আত্মাৰ হব লগা অৱস্থা, আৰু বিসেসকৈ জি মন পাপি লোকৰ নিমিত্তে আপোনাৰ প্ৰান দিলে, তেঁওৰ অসিমা প্ৰেম, এই সকলোকে পৰিমান চাই মন পাল-টাবলৈ সোন কালে আপোনাকে উদ্যুগি কৰা ।

## খঙ্গ কৰাৰ কথাত হিতোপদেস ।

Exhortation to the Young against Anger.

সকলো মানুহে এক মহা যুধ কৰিবলৈ আ-চে । কিন্তু তাক বুজ নে পাই । সেই যুধ কাৰে সৈতে কৰিব লাগে বুলি মোৰ প্ৰিয় লৰা চোআলিবিলাকে ভাবিচা? তেন্তে কঁও, সুনা । সেই মহা যুধ তোমোলাকৰ আপোন আ-পোন সংসাৰিক মনে সৈতে কৰিব লাগে । সংসাৰিক মনেই সকলো বিধ পাপৰ স্বভাও । সেয়ে তোমোলাকৰ মহা সত্ৰু । সেই সত্ৰুএ সৈতে যদি তোমোলাকে যুধ ন কৰা, তেন্তে সেসত সৰ্বনাস হবা । সংসাৰিক মনে সৈতে যুধ কৰাৰ অৰ্থ, তোমোলাকৰ পাপৰ স্বভাও দমন কৰা, তাকে মহা যুধ কৰা বোলে । যদি সৰু কালৰে পৰা তোমাৰ মনৰ দুষ্ট স্বভাও দমন কৰিবলৈ কাৰ্বাৰ ন কৰা, তেন্তে সেসত কি গতি হব পাঁহি চোআ ।

খঙ্গ ক্ৰোধ কৰিলে বেয়া বুলি সকলোএ জানে; আৰু যাৰ মনত তেনে ক্ৰোধ থাকে, তাক ইস্বৰে মানুহ বধি বুলি সাত্ৰত কৈচে । কিন্তু জেতিয়া লৰা চোআলিবোৰে ইটৰ সিটৰ মাজত খঙ্গ কৰে, তেতিয়া পাপ হৈচে বুলি নে ভাবে হবলা । তেন্তে প্ৰিয় লৰা চোআলি-বিলাক তোমোলাকৰ মুখৰ পৰা কেতিয়াবা কে-তিয়াবা জি ক্ৰোধৰ বচন ওলাই সেয়ে পাপ হই নে ন হই, তাক মই কঁও, মন দি সুনা । কোনো এক দিনত লৰা এটা বাটত গৈ থা-কোঁতে একেগত মান দিঘল নিচৈ সৰু কাল সাপৰ পোআলি এটি পালে । তাকে পালত তাৰ মনত বৰ ৰঙ্গ হল; কিয়নো সাপৰ পো-আলিটিৰ গাত কাপ কাপ বহু বৰন থকাত দেখিবলৈ অতি সুন্দৰ আচিল । তেতিয়া সেই লৰাই কাল সাপৰ পোআলি বুলি তাক চিনি নো পোআত মাটিৰ পৰা হাতত তুলি ললে । আৰু ঘৰলৈ নি মাক বাপেকে ন জনাকৈ এটা সৰু সজাত ভাল মতে বাঁধি থলে । তাতে সি নিতৌ নিতৌ গাখিৰ আৰু আন আন খোআ বস্তু আনি সাপৰ পোআলিক দি ক্ৰমেৰে তাজৰ কৰিলে । পাচে এদিন বাপেকে সেই লৰা-টিক কিবা কাৰ্জে দুই তিনি দিনিয়া বাটৰ আঁ-তৰ হোআ গাও এখানলৈ মাকৰ লগত পাচি-লে । তাতে মাকৰ লগত আন দুবৈ ঠাইলৈ গলত কাল সাপৰ পোআলিটো সজাতে বন্ধা হৈ লৰা মাকে সৈতে ঘুৰি নহালৈকে একো খাবলৈ নো পোআত অতি ভোকেৰে খৰমৰাই আ-চিল । কিন্তু পাচে জেতিয়া লৰা আহিল, তে-তিয়া একে বেলিএ তাৰ সুন্দৰ সাপৰ পোআ-লিটি আচে নে নাই, তাকে চাবলৈ গল । আৰু সজাৰ ভিতৰত সি ভোকেৰে মেৰ পাতি থকা দেখি লৰাটে মৰম কৰিবলৈ হাতত তুলি লব খুজিলে । তেতিয়া ভোকেৰে থকা কাল সাপৰ পোআলিএ অতি খঙ্গ হৈ থকাত লৰাৰ কঁপা-লতে খোঁট মাৰিলে । তাতে লৰাটি কাল সা-পৰ খোঁট পাই তিলেকৰ ভিতৰতে মৰি গল । তাৰ পাচে অনেক পৰৰ মুৰত মাক বাপেকে লৰা বিচাৰি বিচাৰি কাল সাপে খোআতে মৰি থকা পালে । কিন্তু তেতিয়া লৰাৰ মাক বাপে-কৰ কিমান সন্তাপ হল, তাক কোনে কব ।

সেই ৰূপে হে মোৰ প্ৰিয় লৰা চোআলি-বিলাক, তোমোলাকে জেতিয়া ইটে সিটক অলপ খঙ্গ কৰি থাকা, তেতিয়া খঙ্গেই পাচলৈ তো-মোলাকৰ কেনে বৰ দুষ্ট সত্ৰু হব তাক নে জানা; তথাপি তোমোলাকৰ মনত জদি অলপ

খঙ থাকে, সেয়ে সদাই বাটত পোআ কাল সাপৰ পোআলিৰ নিচিনা বিস হৈ, তোমোলা-কক খাব । এতিয়া তোমোলাকে জি অলপ খঙেৰে মাখোন কথা কৈচা, সেই অলপ খঙেই কাল সাপৰ পোআলি বাঢ়ি জোআ দি ক্রমেৰে বাঢ়ি জাব । এদিন তোমাৰ সগৰ সবাক খঙে-ৰে কথা কবা, আন দিনত কিলা কিলি কৰিবা । পাচে কি জানো ত্রিতিয় দিনত জেতিয়া তো-মাৰ খঙ উঠিব, তেতিয়া লোকৰ মুৰৰ ওপৰত টাঙোন মাৰি মুৰ ফালিবা । তেতিয়া সেই এটা মাৰতে ইশ্বৰে আপোনাৰ প্রতি মূৰ্ত্তিৰে স্রুজন কৰা মানুহক বধ কৰিবা । পাচে তোমাৰ সেই দুষ্ট কৰমৰ দোআৰাই ৰজাৰ আগলৈ জাব লা-গিব; আৰু সোধ হোআৰ পাচে কি জানি তুমি আকাস আৰু প্রিথিবিৰ মাজত ডিঙ্গত ডোলেৰে অৰা হৈ মৰা হবা । সেই ৰুপে তো-মাৰ মৰন কেৱল অকল ন হই; কিন্তু তাতকৈও তোমাৰ পিত্রি মাত্রি ভাই বন্ধু সকলোৰে হিয়াত তোমাৰ দুষ্ট কৰমৰ দোআৰাই ঘা মৰা হব ।

জি জি সৰা চোআলিবিলাকে সকু কালতে খঙ পুহি থাকে, সেসত সেই সকলোৰে এনে গতি হই । এই কাৰনে হে প্রিয় সৰা চো-আলিবিলাক, তোমোলাকে এতিয়া সৰু কালতে এনে দুষ্ট স্বভাও জি খঙ ক্রোধ তাক দমন কৰিবলৈ কাৰ্য্যৰ কৰা । জদি ন কৰা, তেন্তে কাল সাপৰ পোআলিএ জেনেকৈ তাক পোহা সৰু সৰাটিক কামুৰি একে বাৰে প্রান মাৰিলে, সেই ৰুপে খঙেও তোমোলাকৰ বিদয়ত থাকি বাঢ়ি গলে, সেসত জেতিয়া ডাঙ্গৰ হৈ উঠিব, তেতিয়া একে কামোৰতে তোমাৰ প্রান পৰলো-কলৈ নিব । আৰু তাত বাহিৰে অনন্ত কাললৈ-কে সেই দুষ্ট স্বভাৱৰ বিস নু গুচিব, সেই বি-সৰ দোআৰাই নৰকৰ অগ্নগুনিয় জাতনা ভুগিব লাগিব ।　　ন. স. ক.



## অলপ পাপলৈকো ভই কৰাৰ কথা ।

" Behold, how great a matter a little fire kindleth "

সাস্ত্রে কৈচে, দেখা, অলপ জুয়ে কিমান হাবি পোৰে! মই জি কথা ওপৰত লিখিচোঁ, তাৰে সৈতে ইও কথা মিল হৈচে । কিন্তু মোৰ প্রিয় সৰা চোআলিবিলাকৰ মনত ভালকৈ এই কথা সোঁঅৰাবৰ কাৰনে পুনৰাই এই কথা লিখিচোঁ । অলপ জুয়ে অৰ্থাত এক ফিৰিঙ্গতিএ বহু হাবি পোৰে বুলি সকলো সৰা চোআলিবোৰে জানে; কিন্তু মই জিহৰ কথা কবলৈ ধৰিচোঁ, কেৱল জুয়ে হাবি পোৰাৰ কথা ন হই । তাতকৈও সৰ্বনাস কৰোঁতা জি জুই আচে, তাৰ কথাহে কব খোজোঁ ।

ইশ্বৰে জেতিয়া জগত খন স্রুজিলে, তেতিয়া আমাৰ সকলোৰে আদি পিত্রি মাত্রি দুজনকো স্রুজি এখন সুন্দৰ বাৰিত ৰাখি থলে । আৰু এই আগ্যা কৰিলে, তোমোলাকে বাৰিৰ মাজত থকা সকলো গচৰ গুটি খাবা, কিন্তু জি গচ একোপা মই বাৰিৰ মাজ ঠাইত ৰাখিচোঁ, তাৰ গুটি নে খাবা, আৰু নু চুবা । জদি খোআ তেন্তে সেই দিনতে মৰিবা । পাচে সেই ৰুপে সিবিলাক দুয়ো ইশ্বৰৰ কথা মান কৰি আ-চিল; তাতে বৰ আনন্দ আৰু কুসল সিবিলা-কৰ ওপৰত ইশ্বৰে দিলে। আৰু পিত্রিএ জে-নেকৈ আপোনাৰ সৰা চোআলিবিলাকক আ-গত লৈ সিহঁতে সৈতে অনেক চেনেহৰ কথা কই, সেই ৰুপে ইশ্বৰেও সিহঁতৰ ওচৰলৈ ঘনে ঘনে আহি কথা বাৰ্ত্তা হই। সেই ৰুপে থকা কালত সিবিলাকৰ অতি সুখ হৈচিল । কো-নো ৰোগৰ কথা নে জানিচিল, মৰন কেনে তাক বুজ নে পালে; কি ভাবে মনত অস-ন্তোস জনমে বা ক্রন্দন কৰে, এনে কোনো দুখৰ কথা কেতিয়াও মনত নো সোমাল আৰু জি জি জন্তুবোৰ ইশ্বৰে স্রুজন কৰি থলে, সিহঁতে আদম হাৱাৰ চাৰিও ফালে দিনে ৰা-তিএ সদাই ফুৰি ফুৰি থাকিচিল । প্রায়ে সি-বিলাকে নিবাস কৰা ঠাইতে সুই খেমালি কৰি থাকে। আৰু সিবিলাকেও তেনে বনৰিয়া জন্তু-বোৰৰ গাত হাত দি মৰম কৰিচিল, তথাপি

কোনোএ সিবিলাকক হিংসা ন কৰিচিল। সেই জন্তুবোৰৰ মাজত কেৱল ঘৰচিয়া জন্তু আছিল বুলি, মোৰ প্ৰিয় লৰা চোৱালিবোৰে নে ভাবিবা; কিন্তু বাঘ, সিংহ, ভালুক, গঁৰ, আদি অনেক বনৰিয়া জন্তু আছিল, তেওঁ সিবিলাকক একো ন কৰিলে। এনে সুখেৰে সেই বাৰিত আদম হাৱা আছিল। এনে সুখ কি কাৰনে পাইচিল, তাক তোমোলাকে জানা নে? সিবিলাকে ইশ্বৰৰ আগ্যা মানি আছিল, সেই কাৰনে ইশ্বৰে সকলো ভাৱে সুখ দিলে।

কিন্তু এদিনত চইতান নামে এক পাপ পুৰুষে আহি আদি মাত্ৰিৰ মনত অনেক কুবুধালি কথাৰে বাৰিৰ মাজত থকা গচৰ গুটি খাবলৈ আলচ দিলে। তেতিয়া মোৰ প্ৰিয় সকল, আদি মাত্ৰিৰ মনত এটি পাপ ৰুপ সৰ্বনাস কৰোঁতা জুইৰ ফিৰিঙটি ওলাল। সেই কাৰনে তেঁও পাপ পুৰুষৰ কথাত মন দিয়াত গচৰ গুটি খাবলৈ লোভ জনমিল। সেই লোভেই সৰ্বনাস কৰা জুই। পাচে লোভ লাগিলত হাতেৰে সৈতে লাহেকৈ এটি গুটি পাৰিলে, কিন্তু পোনে পোনে তাক খাবলৈ কিচু সংসই আছিল; কিয়নো ইশ্বৰে খাবলৈ হাক দিচিল। তথাপি মনৰ ভিতৰত অগ্নি ৰুপ লোভৰ ফিৰিঙটি জলিবলৈ ধৰাত পাচে বাকলি গুচাই একেৰি মান মুখত দিলে। তেতিয়া আগতকৈ কিচু সংসই গুচিল, আৰু খাওতে মুখত মৌৰ দৰে সোৱাদ পোৱাত তেঁও দুটা চাইটা মান খাব পাই। সেনত গুটি সোৱাদ হোৱাত আদি পিত্ৰিক বাৰিৰ মাজৰ পৰা মাতি আনি তেঁওকো খুৱালে। সেই ৰুপে সিবিলাকে গচৰ গুটি পাৰি খাঁওতে মুখত মৌৰ দৰে বৰ সোআদ পালে হই, কিন্তু অলপতে সিবিলাকৰ পেট তিতা হৈ গল। কিয়নো জি জনে সেই গচৰ গুটি খাবলৈ বাধা কৰিলে, তেঁও আহিল। তেতিয়াই সিবিলাকৰ মনত বৰ ভই পালে, আৰু মনত লাজো লাগিল, সেই কাৰনে ইশ্বৰৰ পৰা সিবিলাকে বাৰিৰ মাজত পলাবলৈ বিচাৰিলে। কিন্তু ইশ্বৰৰ চকুৰ আগৰ পৰা সিবিলাক লুকাই থাকিব পাৰিচিল বুলি মোৰ প্ৰিয় লৰা চোৱালিবিলাকে ভাবিচা নে? ন হই, জি জনে একে বাৰে সকলো স্ৰিষ্টি গুনকে দেখিব পাৰে, তেঁওৰ আগত একো বস্তু লুকাই থাকিব নোৱাৰে, সেই কাৰনে আদম হাৱাই জি ঠাইত লুকাই থাকিচিল, তাক ইশ্বৰে আগেএ জানিলে। পাচে ইশ্বৰে সিবিলাকক বাৰিৰ মাজৰ পৰা মাতি আনি তেঁওৰ আগ্যা ভাঙ্গি গচৰ গুটি খোৱাত সাপ দিলে। আৰু জি সুন্দৰ বাৰিত সিইতক ইশ্বৰে ৰাখি থৈচিল, সেই বাৰিৰ পৰাও খেদালে। সেই দিনৰে পৰা সিবিলাকৰ ওপৰত অত্যান্ত দুখ হল। সৰিলত জৰ নৰিয়া আদি কৰি অনেক বিধ ৰোগ ওলাল। আৰু বৰ সুমেৰে বন কৰিহে আহাৰ পাব পাৰিচিল। সিইতৰ চাৰিও ফালে থকা জন্তুবোৰৰ ক্ৰুৰ স্বভাও হোৱাত সিইঁতেও হিংসা কৰিবলৈ ধৰিলে। আৰু তাত বাহিৰেও সিবিলাকৰ ওপৰত আৰু এটা বৰ সত্ৰু হল। মোৰ প্ৰিয় লৰা সকল, সেয়ে কোন সত্ৰু বুলি তোমোলাকে ভাবিচা? বাঘ বা সিংহ নে? ন হই, মোৰ প্ৰিয় সকল, জেয়ে আমাক সকলো মিত্ৰিৰ কুটুম, পিত্ৰি মাত্ৰি, আৰু ভাই ককাইৰ পৰা চেদ কৰাই, আৰু আমাৰ সুন্দৰ সৰিলৰ পৰা জিৱাত্মা বাজ কৰি অনন্ত পৰলোকলৈ নি সৰিলক মাটিত লই জাব দিএ, সেয়ে ম্ৰিত্যু। সেই ম্ৰিত্যু সিবিলাকৰ ওপৰত নিচই অধিকাৰ হল।

এতিয়া প্ৰিয় লৰা চোৱালিবিলাক দেখা, আৰু ভাবি চোৱা, মই আগেএ তোমোলাকত জি কলোঁ, বোলোঁ, অলপ জুয়ে কিমান বৰ হাবি পোৰে, তাক তোমোলাকে দেখিচা নে? আমাৰ আদি মাত্ৰিএ প্ৰথমে কি কৰম কৰিলে? কেৱল গচৰ গুটি মাথোন পাৰি খালে। তাৰ দোআৰাই সিবিলাকৰ কিমান দুখ আৰু অপমান হল। সুন্দৰ বাৰিৰ পৰা খেদোৱা হল; আৰু সকলো বিধ ৰোগ বিয়াধিএ সৰিলত ধৰিলে। তাত বাজে সিবিলাকৰ ওপৰত মৰন সোমাল। আৰু কেৱল সিবিলাকলৈ মাথোন এনে দুখ হল, এনে ন হই, কিন্তু সিবিলাকৰ জি জি সন্তান প্ৰিথিবিৰ ওপৰত হব, সেই আটাইৰে ওপৰত এনে দুখ আপদ আৰু ম্ৰিত্যু হল।

এবেলি মাথোন আগ্যা ভাঙিলত জগতৰ সকলো প্ৰানিৰ ওপৰত পাপ অধিকাৰ হল। আৰু মৰনৰ দোআৰাই আটাই প্ৰানিকে পৰলোকলৈ নি থাকে।

মই জি জুই কিবিজটিৰ কথা কবলৈ ধৰিলোঁ, তাকে তোমোলাকে এতিয়া বুজিব পাৰা। সেই জুই কেৱল আমাৰ আদি পিত্ৰি মাত্ৰিৰ মনত আছিল, সিও কেৱল ন হই, কিন্তু আটাই মানুহ, লৰা চোআলিবোৰৰ মনত আচে। এতেকে তোমোলাকে মোৰ কথাত মন দিয়া, আৰু সেই কিবিজটি তোমোলাকৰ মনৰ পৰা ওলাই তাঙৰ জুই হৈ জেন তোমোলাকৰ ওপৰত আপদ ন ঘটাই, তাৰ কাৰনে কাৰ্জ্যাৰ কৰা। জদি তোমোলাকে বোলা, আমাৰ ভিতৰত নো কি জুই আচে? তাক আমি নে দেখোঁ, তেন্তে মই দেখুআঁও, ভালকৈ চকু মেলি চোআ। জিটো মানুহ চোৰ হই, সি আগৰে পৰা তেনে বৰ দুষ্ট চোৰ হৈছিল নে? তোমোলাকে কি ভাবা? মই নিচই জানিচোঁ, আগৰে পৰা সি বৰ চোৰ ন হৈছিল। কিয়নো আগেএ তোমোলাকৰ নিচিনা সৰু লৰা আছিল। লৰা কাল থকাত ইমান বৰ চোৰ হব নোআৰে। লোকৰ ঘৰত সিন্ধি দিবলৈ আৰু মানুহৰ ঘৰত সোমাই সোন ৰুপ, লোটা বাটি, আৰু চন্দুক পেৰা এনে বস্তু নিবলৈ সক্তি নাই কিচিল। কিন্তু জেতিয়া প্ৰথমে চুৰ কৰিবলৈ ধৰিলে, তেতিয়া এটা বেজি কি জানি এদিনত চুৰ কৰি নিলে, তাৰে পৰা লাহে লাহে বয়স বাঢ়ি জোআত সাহো বাঢ়ি গৈ বৰ প্ৰধান চোৰ হল। এই ৰুপে মানুহৰ জি দুষ্ট স্বভাও আচে, সেই আটাইবোৰ জুইৰ কিবিজটিৰ নিচিনা প্ৰথমে আছিল। পাচে ক্ৰমেৰে বাঢ়ি বাঢ়ি গৈ বৰ তাঙৰ জুইৰ নিচিনা হল। সেই ৰুপে সৰু লৰা চোআলি আটাইৰে মনত জুইতকৈ বৰ সৰ্বনাস কৰোঁতা পাপৰ স্বভাও আচে। কোনোএ সৰু কালৰে পৰা মিচা কবলৈ সহজ কৰে, কোনোএ চুৰ কৰিবলৈ সিকে, কোনোৰ খঙ, কোনোৰ বেল্যা স্বভাও আচে। সেই সেই স্বভাৱৰ দোআৰাই তোমোলাকক নষ্ট কৰিব, তাক মোৰ প্ৰিয় সকলে জানিবা নে? হই মোৰ প্ৰিয় সকল, সেয়ে তোমোলাকক সৰ্বনাস কৰিব। এটা মিচা কোআৰ দোআৰাই কি জানি তোমোলাকৰ বহু হানি হই। বা অলপ খঙ কৰাৰ দোআৰাই তোমোলাকৰ প্ৰান মৰা হব। তাত বাহিৰে মৰনৰ সেসত অনন্ত নৰকতো জাতনা ভুগিব। তোমোলাকৰ অলপ বেয়া স্বভাৱৰ দোআৰাই দেখা কিমান দুৰ্ঘটনা হই। তেন্তে মোৰ প্ৰিয় লৰা সকল, এনে মনৰ জুই নুমাবলৈ তোমোলাকৰ কি উপাই আচে? কেনেকৈ এনে সৰ্বনাসৰ পৰা ৰখ্যা পৰিবা? তেন্তে মন দিয়া, মই তাৰ উপাই দেখাঁও। তোমোলাকে সৰু কালতে আপোনাৰ মন ইস্বৰক দিয়া। পাপ স্বভাও এৰি তালৈ ঘিন কৰা। আৰু জি জনে আমাৰ সকলোকে এনে সৰ্বনাস কৰোঁতা জুই নুমাবলৈ স্বৰগৰ পৰা নামি আহিল, এনে জি প্ৰভু যিচু খ্ৰিষ্ট, তেঁওলৈ প্ৰাৰ্থনা কৰা। তেঁৱে পেৰেকনিত উলিওআ আপোনাৰ তেজৰ দোআৰাই তোমোলাকৰ মনৰ দুষ্ট স্বভাৱৰ জুই নুমাবৰ সক্তি আচে। তেঁওত বাজে আন কোনোএ তোমোলাকক ৰখ্যা কৰিব নোআৰে। তোমোলাকে জদি আপোনাৰ মন সৰু কালতে তেঁওক দিয়া, অৰ্থাত তেঁওলৈ প্ৰাৰ্থনা কৰি তেঁওৰ সিস্য হোআ, তেঁৱে তোমোলাকক আপোনাৰ পো জি বুলি মৰনৰ সেসত অনন্ত সুখ দিব। এই কাৰনে মোৰ এই কথা সুনা প্ৰিয় লৰা চোআলিবিলাক, তোমোলাকে সাৱধানে আপোন আপোন মনৰ দুষ্ট স্বভাও দমন কৰিবলৈ জতন কৰা। জদি জতন ন কৰা, তেন্তে সেই দুষ্ট স্বভাৱে ইহকালত আৰু পৰকালতো তোমোলাকক সৰ্বনাস কৰিব। দেখা, অলপ জুয়ে কিমান বৰ হাবি পোৰে!

ন. ল. ক.



## আব্ৰাহাম নাইবা প্ৰেমৰ পৰিখা ।

Lesson VI.—Abraham, or the Trial of Love.

পাচে ইচাক ৰাঢ়ি মানুহ হল । সি আব্ৰাহাম আৰু চাৰাৰ নিচিনাকৈ তাম্বু ঘৰত বাস কৰিলে; সিবিলাক তিনিও ইশ্বৰক আৰু ইটো সিটিক প্ৰেম কৰি এটা সুখি পৰিয়াল হল ।

গৰু, গাধ, চাগ, মেৰ চাগ, সোন, ৰূপ আদি আব্ৰাহামৰ ভালেমান সম্পত্তি আছিলে বুলি তোমোলাকে জানা; কিন্তু তেঁওৰ এটা বস্তু আছিল, তাক এই সকলোতকৈ সৰহ প্ৰেম কৰে। সেয়ে কি? তেঁওৰ প্ৰিয় পুত্ৰ ইচাক । তাকহে তেঁওৰ আন সকলোতকৈ সৰহ প্ৰেম কৰে ।

তথাপি আব্ৰাহামে তাতকৈও অধিক প্ৰেম কৰা আন এজন আছিল । সেই জন কোন? সেই জন ইশ্বৰ । আব্ৰাহামে আন সকলোতকৈ ইশ্বৰক অধিক প্ৰেম কৰাৰ কি কাৰন? ইশ্বৰেহে তাৰ জি আছে, সেই সকলোকে দিলে।

পৃথিৱিৰ সকলো বস্তু আৰু আপোনাৰ পুত্ৰ ইচাকক প্ৰেম কৰাতকৈও তেঁওক আব্ৰাহামে অধিক প্ৰেম কৰে নে, ন কৰে, তাকে চাবলৈ ইশ্বৰে আব্ৰাহামক পৰিখা কৰিম বুলি কলে।

আব্ৰাহামে ভেঁটিৰ ওপৰত মেৰ পোৱালিৰে হোম দিয়া তোমোলাকে শুনিচা । এতিয়া ইশ্বৰে কলে, মই তোমাক জি ঠাই দেখাম, তাতে ভেঁটিৰ ওপৰত তোমাৰ প্ৰিয় পুত্ৰ ইচাকক বলি দিয়া ।

ইয়াকে কৰিবলৈ আব্ৰাহামলৈ বৰ টান নাছিল নে? আব্ৰাহামে ইশ্বৰক ইমান প্ৰেম কৰাৰ কাৰনে তেঁও কোআ সকলোকে কৰিবলৈ ইচা কৰিলে । পাচে পুৰিবলৈ কাঠ কাটি, গাধৰ ওপৰত দি তেঁওৰ দুটা চাকৰক আৰু ইচাকক আপোনাৰ পাচত আহিবলৈ কলে, তেঁও চাৰাক তাম্বু ঘৰত এৰিলে । সিবিলাক চাৰিও তিনি দিনলৈ খোজ কাঢ়ি গৈ পাচে দুৰৈত থকা এটা ওখ পৰ্বত দেখিলে ।

সেই ঠাইতে ভেঁটি সজা হব বুলি, আব্ৰাহামে জানিলে; এই কাৰনে চাকৰক কলে, ইয়াতে গাধৰ লগতে থাক, মই আৰু ইচাক পৰ্বতৰ ওপৰত ইশ্বৰক সেৱা কৰি আহোঁগৈ ।

তেঁও গাধৰ ওপৰৰ পৰা কাঠ লৈ ইচাকৰ কান্ধত বান্ধি দিলে । তেতিয়া এহাতে জুই আৰু আন হাতে দা লৈ দুয়ো একে লগে পৰ্বতৰ ওপৰলৈ উঠি গল ।

আপোনাকে বলি কৰি উচৰগ কৰিব বুলি ইচাকে নে ভাবি, কিন্তু এটা মেৰ পোৱালি বলি হব বুলিহে ভাবিলে । এই কাৰনে সি কলে, বোপাই! আব্ৰাহামে বুলিলে, মোৰ পুত্ৰ, মই ইয়াতে আচোঁ । ইচাকে কলে, ইয়াত জুই আৰু খৰিও আছে, কিন্তু মেৰ পোৱালি কত?

আব্ৰাহামে কলে, মোৰ পুত্ৰ, ইশ্বৰে এটা মেৰ পোৱালি আমালৈ জুগুত কৰিব; কিন্তু সি আপুনি মেৰ পোৱালি বাবে হব লাগিব বুলি আব্ৰাহামে তাক ন কলে ।

পাচে সিবিলাকে পৰ্বতৰ ওপৰ পালেগৈ । তেতিয়া আব্ৰাহামে সিলেৰে এটা ভেঁটি সাজি ইচাকৰ কান্ধৰ পৰা কাঠ নমাই ভেঁটিৰ ওপৰত দিলে । ইচাক আপুনি মেৰ পোৱালি হব লাগে বুলি জানিবলৈ এতিয়া সমই আহিল । জি জৰিৰে কাঠ বান্ধিছিলে, তাৰে ইচাকক হাতে ভৰিএ বান্ধি ভেঁটিৰ ওপৰত মেৰ পোৱালিৰ দৰে থলে ।

তেতিয়া আব্ৰাহামে ইচাকক মাৰিবলৈ দা দাঙিলত স্বৰ্গৰ পৰা দূতে তেঁওক আব্ৰাহাম, আব্ৰাহাম বুলি মতা শুনিলে। দূতে কলে, তোমাৰ পুত্ৰ ইচাকক নে মাৰিবা; তুমি ইশ্বৰক প্ৰেম কৰা বুলি তেঁও এতিয়া জানিচে, কিয়নো তেঁওক তোমাৰ একেটি প্ৰিয় পুত্ৰকে দান কৰিলা ।

ইচাকৰ জৰি মেলিবলৈ আৰু মাৰিবৰ আৰম্ভক নো হোআৰ বাত্ৰা শুনি আব্ৰাহামৰ কেনে আনন্দ হল!

পাচে আব্ৰাহামে লতাৰ মাজত সিঙেৰে জোঁট লাগি থকা এটা মেৰ চাগ দেখি তাক আনি ইচাকৰ সলনি বলি দিলে । ইশ্বৰে আৰু আপোনাৰ পুত্ৰক ওতোতাই দিলে দেখি আব্ৰাহামে তেঁওক সেৱা কৰিলে । স্বৰ্গৰ পৰা দূতে আৰুও মাতি কলে, তুমি আপোনাৰ পুত্ৰক দিলা দেখি, ইশ্বৰে তোমাত বৰ সন্তুষ্ট হৈছে ।

ঈশ্বৰে তোমাক, তোমাৰ পুত্ৰ, নাতি, আৰু সিবিলাকৰ সন্তানবিলাকক আসিৰ্বাদ কৰিব; আৰু তোমাৰ. সন্তানবিলাকৰ এজনে জগতৰ সকলো প্ৰানিক সুখি কৰিব।

দুতে কাৰ অৰ্থে এই কথা কৈচিলে? প্ৰভু য়িচু এদিনা মনুস্য অৱতাৰ হৈ লোকবিলাকক সুখি কৰিব, আৰু পাচে ষৰগলৈ নি লব, সেই কথা বুজালে। বহু দিনৰ পাচে মাৰিয়ামৰ এজন পুত্ৰ হল, জি জন ঈশ্বৰৰ পুত্ৰ, তাক তোমোলাকে জানা।

দুতে কথা কৈ এঁটোআত আব্ৰাহাম আৰু ইচাক পৰ্বতৰ পৰা নামি গল। তেতিয়া হলে ইচাকৰ কানন্দ কাঠ নাই, আৰু আব্ৰাহামেও আনন্দিত হল।

সিবিলাকে চাকৰবিলাকক গাধই সৈতে জতে এৰি গৈচিলে, তালৈকে আকও আহি সিবিলাক সকলো চাৰাৰ ওচৰলৈ গল।

আব্ৰাহামে ঈশ্বৰক প্ৰেম কৰে বুলি তোমোলাকে চিকৈকে জানা নে? কি চিন আচে? তেঁও ঈশ্বৰৰ আগ্যা মানে, আৰু ঈশ্বৰৰ আগ্যাত আপোনাৰ পুত্ৰক দান কৰিবলৈ জুগুত আচিল, এই চিন আচে।

তোমোলাকে সকলোতকৈ ঈশ্বৰক অধিক প্ৰেম কৰিব নো পোআ নে? হই, তোমোলাকে ঈশ্বৰক অধিক প্ৰেম কৰিব পোআ। কিয়নো ঈশ্বৰে তোমোলাকক সকলো বস্তু দিএ, ঈশ্বৰক বৰ প্ৰেম কৰিবলৈ তোমোলাকৰ সেই এটা কাৰন।

তোমোলাকৰ পিত্ৰি মাত্ৰিক বৰ চেনেহ কৰা, কিন্তু তাতকৈও ঈশ্বৰক প্ৰেম কৰিব পোআ। তোমোলাকৰ ওমলা, নাইবা সুন্দৰ বস্তু, নাইবা খোআ বস্তুতকৈ ঈশ্বৰক প্ৰেম কৰিব পোআ। আৰু তেঁওক জদি প্ৰেম কৰা তেনে হলে তেঁওৰ আগ্যাও মানিবা।

তোমোলাকে মিচা কথা ন কৰা, কিয়নো তেঁও হাক দিচে, আৰু কৰি-লোকক বেয়া নামে নে মাতিবা, কিন্তু ঈশ্বৰক সন্তুষ্ট কৰিবলৈ চেষ্টা কৰিবা, তেহে আব্ৰাহামৰ নিচিনা হবা।

## পুৰনি অসম বুৰঞ্জি, নং ২১।

Bhoga Raja.—Noria Raja.

তাজৰিয়া সকলোকে মুখ্য কৰি সকলেও নৰিয়া ৰজাক বুলিলে, আমি পাইক বন্দি সকলোৰো মনে সৰ্গদেও আপুনি পাচত ৰহিলে ভাল দেখোঁ। পাচে নৰিয়া ৰজা তাজৰিয়া সকলক বোলে, তোমোলাকে জি কৈচা, কৰ পোআ, কিন্তু বৰ ককাই থাকোঁতে সৰু ভায়েক ৰজা হবলৈ জুগুতি ন হই; তোমোলাকে ককাইকে আনি ৰজা লোআইক। পাচে নৰিয়া ৰজাৰ কথা পেলাব নোআৰি তাজৰিয়া সকলোকে মুখ্য কৰি সকলোএ ভাওকা চুহুনক ৰজা পলে। আহিনৰ দিনত শ্ৰী শ্ৰী ভাওকা চুহুম ৰজা হল, ১৫৬২ শকত।

পাচে কচাৰি ৰজা ভাওকা চুহুম ৰজা দেও হৰৰ সুনি সন্দেস পত্ৰ দি কটকি পঠালে, পূৰ্বৰ ফুকন চাৰ গুচাই সিংহ চাৰ দিলে; আমাৰ দুই কটকিৰ লগত সিংহ চাৰেৰে কাকত অনা কটকি মজিন্দাৰ ১, চেটিয়া দলৈ ১, ইইত আহি ভগা ৰজা দেৱৰ দিনত পালেহি। পাচে সৰ্গদেৱে পত্ৰত সিংহ চাৰ দেখি দাই ধৰি বৰ পাত্ৰক সুধিব দিলে। পাচে সৰ্গদেৱৰ আগ্যাৰে লাকো বৰ পাত্ৰ গোহাঁয়ে কচাৰিৰ মজিন্দাৰকে, চেটিয়া দলৈকে দাই ধৰি সুধিলে, পূৰ্বাপৰ ভইতৰ পত্ৰত ফুকন চাৰহে দিএ, এতিয়া কিয় সিংহ চাৰ দিব? এই দাই ধৰি সৰ্গদেৱৰ আগতে লাকো বৰ পাত্ৰ গোহাঁয়ে কচাৰি মজিন্দাৰকে, চেটিয়া দলৈকে গঁভিয়াই খেদিলে। তাৰে পৰা আমাৰে কচাৰিৰে অপ্ৰিতি হল।

আত পাচে ভগা ৰজা দেৱে সলগুৰিত আলি বান্ধিলে, ইয়াকে কোনোএ টকৌ ৰাৰি আলিও বোলে। জেঠৰ দিনত ৰজা দেৱে সৰু গোহাঁইক মাৰি ৰাইজুৰৰ দিখৌ কাষৰত মৈদাম বান্ধিলে। পাচে ৰজা দেৱে লৰি মাকেৰে গ্ৰিহবাস কৰিলে; তেঁওকে কৈঁকোৰা দোলা দিলে, আতে সকলেও বৰ অপমান পালে। আত পাচে সলগুৰিত আলি এটা বান্ধিলে। আৰু কিচু অকৰম কৰিলে; বৰ গৰিহিত দেখি লোক

জনৰ মনত বৰ অসন্তোস হল । আৰু ভৰালি চেটিয়াৰ ফৈদৰ পেট কামুৰিয়াৰ জিএক এটি চুটিয়া ৰজাত পৰিচিলে । চুটিয়া ৰজাক মাৰি এই চোআলিটিকে ৰজা দেৱে আনি গ্রিহবাস কৰিলে । এই কুঁঅৰিৰে কিঞ্চিত বচন পেলাব নোআৰে; আৰু কুঁঅৰিৰ নিমিত্তে ৰাজ চর্চাও কৰিব নোআৰে । সেই কুঁঅৰিএই চুটিয়াৰ বৰ জনাকৰ লৰা এটি আনি তুলি ললে । ৰজা দেও সেই লৰাটিকে পুত্রবতে দায়া কৰি ৰজা পাতোঁ বুলিলে; কুঁঅৰিকো লৰাকো বিৰামবাৰিত থৈচিলে । পাচে বিয়া কৰাই বৰ কুঁঅৰি পাতিলে । সৰ্গদেৱে ন সহি সেই লৰটিক মাৰিলে ।

১৫৬৫ শঁকত সাওনৰ ১৩ দিন গতে সনিবাৰে ৰাতি চই ডণ্ডত আই কুঁঅৰিএ ডায়েকক বুলিলে, তোৰ পুতেৰেহে মোৰ পোক মাৰিলে; তাকো মই মাৰোঁ, উলিয়াই দে; এই বাই ধৰি ডায়েকৰ বিসাই গুচালে, লিগিৰি লিগিৰা চাংমাই, পানি তোলা, কুকুৰা চোআ, সকলোকো হাতি সালত গৰাল দি থলে । ৰজা দেৱে আই কুঁঅৰিৰ কথা এৰিব নোআৰি, ডাঙৰিয়া সকলক বোলে, মোৰ পোৰ লগত জাৰ লাগে; সকলৰো লৰা একোটা দে । সকলৰো গা ন সহি বোলে, আমি লৰা দিব নোআৰোঁ; পাচে ৰজা দেৱে সকলকো পাট কাচ কাটিব দিলে, ইটা সিলকো মৈদামত থাপিব দিলে । ৰজা দেৱে ৰাতি দিনে সোক কৰি কান্দি ভাত নে খাই, ৰাজ চর্চাও এৰিলে । ডাঙৰিয়া সকলে সুনি দুখ কৰি বোলে, বুপা পুখাওৰ দিনত এনে কথাও হোআ নাই, এতিয়া জে আমাৰ দিনত এনে কথা হৈচে, এই বুলি সকলোএ আলচ কৰি বোলে, জি কৰে কৰিব, আমাৰ লৰা চুটিয়াৰ লৰাৰ লগত দিব নোআৰোঁ, কাকো সুদায়ো নেৰোঁ । আলচ কৰা মানুহৰ লেখা, মৰানৰ লাকো বৰ পাত্র ১, দিলিহিয়াল মুকুন্দ হদু বুৰা গোহাঁই ১, পর্বতিয়া সিসিজা বৰ পাত্র ১, তিপাম ৰজা ১, ৰাম ভাই পানি ফুকন ১, এই সকলে কথা হৈ নৰিয়া জনাৰ তলে গৈ বুলিলে; সৰ্গদেও, আপুনি ৰজা হৈ আমাক ৰাখক । পাচে নৰিয়া জনাই বোলে, মই পূর্ব্বে ৰজা ন হলোঁ, কগিয়া মানুহ কিকৈ টানিম, এই নিমিত্তে মই পূর্ব্বে ৰজা ন হলোঁ । পাচে ডাঙৰিয়া সকলে বুলিলে, সৰ্গদেৱে আমাক ৰখ্যা কৰক । জদি দেৱতা ৰজা ন হব, সকলৰো ৰধে চুব ।

সকলৰো কথা এৰিব নোআৰি, ১৫৬৬ শঁকত ভাদৰ ১৩ দিন গতে সনিবাৰে প্রভাতে ভগনিয়া ৰজা দেৱক ডাঙ্গি কুঁঅৰিয়া জনা ৰজা দেও হল । ভগনিয়া ৰজা দেৱৰ ভোগ ৪ বচৰ, আগ দিনা পূর্ব্ব ফাল্গুনি সিংহত গ্রহন হল । পাচ দিনা ভগনিয়া জনা ৰজা ককায়েক নৰিয়া জনা ৰজা দেও হৈ ভায়েক ভাগিল । ভগা ৰজা দেৱক বোজ দি পর্বতত নির্বন্ধেৰে ৰখিয়া দি থলে । চ মাহৰ পাচত ফাগুনৰ ১৮ দিন জাঁওতে, দেও বাৰে কুঁঅৰিয়া ৰজা দেৱে ভায়েক ভগা ৰজা দেৱক মাৰিলে । নৰিয়া ৰজা দেও ৰজা হৈ কিচু দিন থাকি লাকো বৰ পাত্রৰ জিএকক কুঁঅৰি পাতিলে । ভগনিয়া ৰজা দেৱৰ মৈদাম নে দেখাকৈ নিজৰাত গৰ বান্ধিলে । আজৰাত লগাই কোটোহা কলে; নৰিয়া ৰজা দেৱৰ বৰ পুতেক লাপলুপ বৰ জনা গোহাঁই দেৱে আপুনি চয়ঙ্গে ৰজা হল, বাপেক নৰিয়া দেখি; মানুহ লগত সৰহকৈ ফুৰে । লাকো বৰ পাত্রৰে কথা হৈ, এই কথাকে সৰিয়হ বুৰা গোহাঁইৰ ভনিএক কুকুৰে খোআ গোহাঁই দেৱৰ মাকে ৰজা দেৱত লগাই কলে. বোলে, তোমাৰ বৰ পিতেৰ লাপলুপে লাকো বৰ পাত্রৰে কথা হৈ সকলোকে মোৰালে, তোমাক ধৰেহে । ৰজা দেৱে এই কথা সুনি, লগত মানুহ দি প্রমানকৈ চালে; সাৱধানে ফুৰিবৰ প্রমান পালে । বৰ পাত্রৰ লগতো সৰহকৈ ফুৰিবৰ প্রমান পালে; পাচে বাপেকে নৰিয়া ৰজা দেৱে পুতেক লাপলুপ বৰ জনা গোহাঁই দেৱক সাঁজ খাবলৈ বুলি মাতি নি ভিতৰ সুমুআই ধৰি, ভোগ বাৰিত মাৰিলে ।



## চিন কেতবিলাক ৷

A few Signs.

অনেক বচৰৰ আগেএ চিলোমোন ৰজাই বুলিচিলে, বোলে, লৰাবিলাকৰ স্বভাও তাৰ কৰমৰ পৰা বুজিবলৈ সুলভ; আৰু তাৰ সুমতি জদি হই, তেন্তে সি অৱস্যে সত্ত আচৰন কৰিব ৷



১ ৷ এতিয়াও সক লৰাবিলাকৰ চিন এই দৰে ওলাই ৷ লেখা পৰ্হা সিকিবলৈ ইস্কুললৈ জাবলৈ মন নি দিএ, কেৱল ওমলা উমলি কৰিবলৈহে ইচা কৰে, এনে সক লৰাবিলাকক জেতিয়া দেখোঁ, মুৰ্খ হবৰেহে চিন পাইচোঁ ৷

২ ৷ পাই পইচা পালে বেগাই তাক খৰচ কৰিবলৈ ইচা হোআ এনে এটা লৰা দেখিলে, তেতিয়া সি আগলৈ ধন বই কৰা পুত্র হব বুলি চিন পাইচোঁ ৷

৩ ৷ পাই পইচা সাঁচি থোআ জি লৰাই উত্তম কাৰ্জত ধন নে ভাঙ্গে, তাক দেখিলে সি আগলৈ কিৰ্পিন মানুহ হবৰ চিন বুজা জাই ৷

৪ ৷ জি কোনোএ আপোনাৰ নিমিত্তে মাথোন চিন্তা কৰে, আৰু তাৰ ভাল বস্তু আনে সৈতে ভাগ নে বাঁটে, তেতিয়া সেই লৰা বয়স পালে আপোন পেটা হব বুলি চিন পাইচোঁ ৷

৫ ৷ দন্দ কৰা লৰা চোআলিবিলাকক দেখিলে, চিন ওলাই জে সিইঁতে আগলৈ খৰাল আৰু খিন লগা হব ৷

৬ ৷ কোনো সৰু লৰাই ফটিকা বা আন ৰাগি খৰা বস্তু খাবলৈ জদি মন দিএ, তেতিয়া সি মদপি হব বুলি ঠিক কৰি চিন ওলাই ৷



৭ ৷ জি লৰাই মিচা বেল্যাৰ লগ লৈ ফুৰে, বা চোৰ মিচা সাখি দিএ, অনিয়াই কৰা লোকৰ লগত আলাপ কৰিবলৈ মন দিএ, সি আগলৈ কাটেকত বা ফাঁচি দিয়া গচত পৰিব বুলি চিন ওলাই ৷

৮ ৷ পিত্রি মাত্রিক মান মৰ্জতা কৰি থকা লৰা দেখিলে, চিন হই জে সৰ্বসক্তিমান পৰম ইশ্বৰে তাৰ ওপৰত আসিৰ্বাদ ৰাকি দিব ৷

৯ ৷ সত্য ধৰমৰ কথা বিচৰা, আৰু ভুল কথা চাৰি দিয়া লৰা দেখিলে, সেই লৰা বয়স পালে ধৰমি আৰু সুখিয়া হব বুলি চিন পাইচোঁ ৷ ম

## তাৰ পাচে কি?

What next?

ভদ্র মানুহ এজনে গাঁৱত উটি ফুৰা সময়ত এটা ডেকা মানুহক লগ পাই তাকো তুলি লৈ দুয়ো একে লগে জাত্রা কৰি সিবিলাকে এনে কথা বাত্রা হবলৈ ধৰিলে ৷ ভদ্র জনে ডেকা মানুহত সুধিলে, তুমি কি কৰম কৰি আচা?

ডেকা ৷ বেপাৰিৰ ঘৰত মই এতিয়া কৰম কৰিচোঁ; কিন্তু আগলৈ নিজা গোলা পাতি বেপাৰ কৰিবলৈ ইচা কৰিচোঁ ৷

ভদ্র জন ৷ তাৰ পাচে কি?

ডেকা ৷ এটা উত্তম কন্যা বিয়া কৰি বেপাৰ কৰমত দিন নিয়াই ধন আৰ্জি চহকি হমগৈ ৷

ভদ্র জন ৷ তাৰ পাচে কি?

ডেকা ৷ কাম কৰা চাৰি মোৰ অৰ্জা ধনেৰে সুখ ভোগ কৰিমগৈ ৷

ভদ্র জন ৷ তাৰ পাচে কি?

ডেকা ৷ মৰন সকলোৰে কপালত লিখা আচে, তেন্তে মযো কেনেকৈ সাৰিম?

ভদ্র জন ৷ আৰু এবেলি সোধোঁ, মৰনৰ পাচে তোমাৰ কি হব?

কিন্তু এই বেলি লোকাত জেকাই একো উত্তৰ দিব নোআৰিলে; কিয়নো সংসাৰিক চিন্তাত মন মগ্ন হৈ সি ৰবগত ধন সাঁচিবলৈ একো উপাই ন কৰিলে। পাচে সি নিজম দি থকাত তত্ত্ব জনে তাৰ কানত শাস্ত্ৰৰ কথা সুনালে, বোলে, "কোনো মানুহে গোটেই ধন জগত পোআ হৈ আপোনাক অদি হেৰুআই বা বিনাস হই, তেন্তে তাৰ কি লাভ?"

এই মতে বহু মানুহে ধন মান বিলই মাথোন চিন্তে, কিন্তু অমূল্য ধন জি অনন্ত পৰম আনন্দ, তাক কেনেকৈ পোআ হব, ই অতি প্ৰধান কথাক লিইতে পাহৰে। সেই ধন হলে অথই, সেই সুখ অসিমা; কোটি কোটি কল্প গলেও লোপ ন হব; আৰু উচিত ৰূপে বিচাৰিলে সকলো মানুহে পাব পাৰে। আমাৰ প্ৰিয় সকল, এই জি কথা পৰ্হি আচা, তোমোলোকে এতিয়াও সংসাৰিক চিন্তা এৰি পৰকালৰ সুখ ভোগ কৰিবলৈ জতন কৰা। ম.

## পাৰাদাইচ পখিৰ বিবৰন।

Bird of Paradise.

পাৰাদাইচ পখি নামে অতি সুন্দৰ চিত্ৰ বিচিত্ৰ বৰন থকা চৰাই পাপুআ আৰু ওচৰৰ মালুকিতো নিবাসি হৈছে। ইউৰপলৈ সেই চৰাই নিয়া অলপ কাল হৈছে; প্ৰিথিবিত এনে সুন্দৰ চৰাই আছে বুলি তাত আগেএ নু বুজিলে। প্ৰথমে জিয়া চৰাই তালৈ নিয়া নাই, অকল মোটহে নিলে। তাৰ ঠেঙ নথ মোট কাৰ্হোতে গুচুআ হল, তাৰ কাৰনে ঠেঙ নাই কিয়া বুলি ইউৰপিয়া লোকে জানিলে। আৰু কোআ কুই কৰে, সি উৰিহে ফুৰে, গচত ন পৰে, আৰু সি একো বস্তু নে খাই, কেতিয়াবা তাৰ দিঘল পাখিবেহে ডালত সাৰটি ধৰি নিয়ৰৰ পানি মাথোন খাই। দেখিবলৈ অতি সোভা হোআত ইঙ্গৰাজি ভাসাৰে পাৰাদাইচ অৰ্থাত এদেন বাৰিৰ পখি বোলে। এতিয়া পাপুআ মালুকিলৈ জোআ মানুহে সেই বিধ চৰাই দেখি মাৰি অনাতহে তাৰ বিবৰন আগতকৈ বুজিছে। মাকাও নগৰতো এজন চাহাবে নজাৰ ভিতৰত



সেই চৰাই পুহি ৰাখিছে। সি চাউল ভাত খাই, আৰু ফৰিঙ্গ পঁইতা চোৰাকো ৰৰকৈ খাই। তাৰ সজাত এটা ফৰিঙ্গ দিলে সি ভৰিৰে ধৰি ঠোঁটেৰে ঠেঙ পাখি গুচাই মুৰ ভিতৰ কাল কৰিহে গিলে; লুটিয়াই কেতিয়াও নি গিলে, আৰু মৰা ফৰিঙ্গ দিলেও নে খাই। নিতৌ নিতৌ পুআ সি গা ধোএ, সকলো পাখি ঠোঁটেৰে চোচা মাৰি মাৰি নিকা কৰে। নেজৰ পাখি ৰৰ দিঘল আৰু মিহি, তাক ওভোতাই কেতিয়াবা মুৰো ঢাকে।

নিচেই পুআতহে সেই বিধ চৰায়ে হাবিৰ মাজত ফুৰি ফুৰি আহাৰ খাই; জেতিয়া ৰদ টান হই, তেতিয়া সি দুখ পাই গচনিৰ মাজত লুকাই থাকে। চিকাৰ কৰা লোকে গুটি লগা তিমৰু গচত উঠি মনে মনে থাকে, পাচে সেই চৰাই তাত গুটি খাবলৈ পৰিলে কাঁৰেৰে মাৰে। তাৰ মোট মুকাই গোটে পতি ২ টকা মান দামলৈ বেচে। মতাৰ বৰন মাইকিতকৈ সুন্দৰ, পাখিও দিঘল। ওপৰত লিখাটো

পানা বৰনিয়া পাবাদাইচ পখি বোলে; তাৰ বুকৰ কলা পাখিৰ মাজে মাজে পানা বৰনিয়া; মুৰৰ বৰন জৰধিয়া, তিম্নিৰ তলে সোনৰ দৰে জিলমিলাই থকা কলপতিয়া বৰন, দুই কোল আৰু নেজ হালধিয়া; আৰু বেঙ্গেনা বৰনিয়া ফুটুঁ কান্দৰ মাজে মাজে আছে । আন পাখিতকৈ দিঘল দুডাল ঠাৰি নেজৰ পৰা গৈছে, ঠাৰিৰ আগতহে একেবিমান পাখি আছে । সেই বিধৰ বাহিৰে আন ৮ বিধ মান সেই জাতৰ আছে, কিন্তু সেইবিলাক প্ৰায়ে নো পোৱা হেতুকে তাৰ কথা অধিক ভাৱে নু বুজে ।

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

১৮৫২ ইং সঁকৰ ১০ জুন তাৰিখে বেলা তিনি বজাৰ সময়ই জোৰহাটত শ্ৰী শ্ৰী কামেস্বৰ সিংহ মহা ৰজা পৰলোক প্ৰাপ্ত হল, এই মহা অসন্তোসৰ বাত্ৰা জোৰহাটৰ পৰা সুনিচোঁ ।

মেই মাহৰ ২৫ তাৰিখে গুআহাটি জিলাৰ মাজত শ্ৰীজুত বাৰেক মাষ্টিৰ চাহাবৰ থানচামাৰ ঘৰত এটা চমত্‌কাৰ কথা হৈছিল, এজনি চাগলিৰ গৰ্ভত দুই পোৱালি জগিল, তাৰে প্ৰথম পোৱালি স্বভাবিকে জন্মিল, কিন্তু দুতিয় পোৱালি জগিবৰ সময়ত তাৰ মাক প্ৰাই মৰা নিচিনা হৈছিল, তথাপি দুই তিনি জন লোকে পুৰুসাৰ্থ কৰি পোৱালি বাহিৰ কৰাত বধ্যা পৰিল । সেই পোৱালিৰে দুই থান মুখ, তিনি থান কান, চাইটা চকু । এই চমত্‌কাৰ দেখি চাগলিৰ অধিকাৰে সেই মৰা পোৱালিটোক সদৰ বাটত এজোপা গচত আৰি থৈছিল, সকলো প্ৰজাই দেখিবৰ নিমিত্তে, আৰু এই অতি অসম্ভিত কথা সকলোএ জানিবৰ কাৰনে অৰুনোদই পত্ৰত চাপা কৰা হল ।

বাংগুন নগৰৰ অধিকাৰ বনৰ পৰা পলাই জোআৰ পাচে মৌবি নামে ৪০ মাইলৰ আঁতৰ হোআ এখান গাঁৱলৈ গৈ তাতে সেনাবিলাকে সৈতে বল । পাচে তাক ধৰিবৰ নিমিত্তে কৰ্নেল আপতৰ্প চাহাবে ভাপ জাহাজ লৈ ১০০ সেনাই সৈতে খেদি গৈ ৮ মেই তাৰিখত বামত উঠি ৭ মাইল গলত কিছু দুৰৈত মানক দেখা পালে । মান অধিকাৰেও কম্পানিৰ সেনাবিলাকক দেখি ভাগি পলাল, সেনাবিলাকেও খেদি গৈ নে পালে, বৰ জাট জংঘল হাবি দেখি উভতি আহিল ।

বাংগুনৰ দখিনে থকা দালা জিলাৰ অধিকাৰে কেতথনি নাৱেৰে সৈতে জাঁওতে ভাপ জাহাজে নাওবোৰক ধৰি তাত অধিকাৰৰ বুৰি মাক আৰু ঘৈনিএক এজনি পালে, কিন্তু অধিকাৰ পলাই সাৰিল ।

বাতলৰ ভাপ জাহাজ আন ভাপ জাহাজৰ দৰে চক্ৰেৰে নে জাই; গুৰিত বৰ পেঁচ আছে, সি বেগেৰে ঘুৰি ঘুৰি জাহাজ জাবলৈ ঠেলি দিএ । মানে তাক পানি ন থলকাকৈ জোআ দেখি সি কি ৰুপে জাই, তাক নু বুজি বৰ আচৰিত মানে । তাক চাবলৈ নিতৌ নিতৌ সৰু নাৱেৰে অনেক মান লোক গৈ তাৰ চাৰিও পোনে ফুৰি ফুৰি থাকে, কিন্তু জাহাজ চলোআ পেঁচ পানিৰ তলত থকা হেতুকে তাক বুজিব নোআৰে ।

১৪ মেই তাৰিখত কলিকতা নগৰৰ চাৰিও পোনে বৰ তুফান ধুমুহা হৈছিল । গধুলিৰ পৰা বতাহ বলাই ৰাতি ২ বজা মানত টান হল । কলিকতা নগৰত ৪০ পকি বঙ্গলা ভাগিল, খাপৰিৰে কৰা সৰু ঘৰ ৫২৬, আৰু সামান্য মানুহৰ খেৰৰ ঘৰ ২,৩৫৭ ভগা আৰু চাল উৰাই নিয়া হল । এতিয়া ঘৰ নাই কিয়া হৈ প্ৰাই ১০,০০০ মানুহ মুকলিত দুখেৰে আছে । আৰু হুগলি মুখত নিবিদ নামে এখন বৰ জাহাজ তাৰ সকলো মানুহে সৈতে তল গল; আন তিনি চাৰি খন বৰ জাহাজ বামলৈ নিয়া হৈ আচাৰি ভাঙিলে, আন আন সৰু ভাৰৰ নাও বিস্তৰ ভগা হল ।

গুআহাটিৰ পৰা কলিকতালৈ সুন্দৰবনে দি জাঁওতে ব্ৰহ্মপুত্ৰ নামে ভাপ জাহাজ আৰু তাত আৰি দিয়া জাহাজো ১৫ মেই ৰাতি ধুমুহা বতাহেৰে জংঘলৰ মাজত বামলৈ তুলি পেলোআ হল ।

চিলহটৰ জিলাত এজন বাবুএ আপোনাৰ কৌলিক পোৰোহিতক কিবা কথাত ভাল নে পাই এৰিলে। পাচে সেই পোৰোহিতে গোচৰ কৰাত মুনচেফ আৰু সদৰ আমিন দুয়ো তাক আকও পোৰোহিত লবলৈ আগ্যা দিলে; কিন্তু বাবুএ সদৰ আদালতত আফিল কৰাত জজ লোকে সৰমৰ কথাত আগ্যা দিব নে পাই বুলি মুনচেফৰ ৰাই গুচালে।

বম্বাই প্ৰদেসত লৌবি নামে এজন লেপ্তেন চাহাবে আপোন বিসই এৰি দিলত পাচে দুখত পৰি অনেক কৰমত ফুৰি ক্ৰমে মচলমানৰ সৰম সৰাত সিবিলাকৰ মাজত গ্ৰহন কৰা হল।

ৰনধিৰ সিংহ নামে এটা বৰ ডকাইত হিন্দুস্থানত ফুৰি থকাত কাপ্তান অৰ চাহাবে মাহ চাৰেক বিচাৰি সেসত তাক ধৰিলে।

পাচে ৰনধিৰ সিংহে ফাটক ভাঙ্গি ভাগি পলাল।

কদাপা নগৰৰ মাজেষ্টৰ এলিয়ত চাহাবে আপোনাৰ এটা নাজিৰৰ কোনো এক কথাৰ পাই জৰিমানা কৰাত তাৰ বেজাৰ লাগি সি সতা মেৰ চাগৰ মুৰত সাতোটা ডাঙ্গৰ গজাল মাৰি মাটিত পুতি চাহাবৰ অহিতে অনেক মন্ত্ৰ কৰিলে। সি ইয়াকে ভাবিচে, মেৰৰ মুৰ পচি গলে চাহাবৰ মুৰো সেই ৰূপেৰে চুকাই জাব।

ৰইদ নামে এজন চাহাবে এখান জাহাজ সাজি কেতথনি মাজুলিৰ অধিকাৰ হবন নিমিত্তে অনেক ধন খৰচ কৰি সেইবোৰক কিনিলে, পাচে জোআ অক্টোবৰৰ ৫ তাৰিখত এটা সৰু মাজুলিত হাতত হিলৈ লৈ উঠিলত তাৰ নিবাসিএ আক্ৰমন কৰি চাহাবক মাৰিলে। পাচে সিইতে জাহাজৰ লোকেৰেও জুধ কৰি জিনিব নোআৰি ভাগি গল।

ওইহায়ো প্ৰদেসত এজন ডেকা মানুহে ফটিকা খাই আপোন মাক বাপেকক মাৰিম বুলি ঘনে ঘনে কোআত সিবিলাকে মনত বৰ দুখ পালে। সেসত এদিনা হাতত সিল এটা লৈ বাপেকৰ ওচৰলৈ গৈ, এতিয়া তোমাৰ মৰিবৰ কাল হল বুলিলত সি আপুনি মুৰ জুৰাই ঢলি পৰিল, তেতিয়া তাৰ কোসত থকা মোনাত ফটিকাৰ চিচা এটা থেকেচা খাই ভাগিল; তাৰে খোলা এডোখৰ গাত সোমাই সিৰ চিগি তেজ বৈ বৈ অলপতে মৰিল।

আমেৰিকা দেসত দেখুআবলৈ নিয়া দুই হাতি বাটত জোআত এটা ঘোঁৰাই হাতিৰ কালৈলৈ পিচি দি চৰি থাকোঁতে হাতি জোআ নে দেখিলে; নিচেই ওচৰ পালত অকস্মিতে ঘোঁৰাই এনে নে দেখা ভয়ঙ্কৰ জন্তু দেখি বৰ ভই পাই এফেৰিমান কঁপি কঁপি থাকি টাচ কৰে পৰি, কেৱল ভগতে মৰিল।

আমেৰিকা দেসত আদিবাসি আবৰ লোকৰ সংখ্যা ৪,১৮,০০০। ॥

## জুলাই, অৰ্থাত আহাৰৰ পঞ্জিকা।

Almanac for July, A. D. 1852. Sal. Sac 7711.

| [illegible] | [illegible] | [illegible] | [illegible] | [illegible] | [illegible] | [illegible] | [illegible] | [illegible] | [illegible] |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ৫ | ১২ | ১৩৪০ | ১৭ | ৩ | ৭ | ৩০ | ১৩১২ |
| ২ | ২০ | ৬ | ১৬ | ১৩৪০ | | | | | |
| ৩ | ২১ | ৭ | ১৭ | ১৩৪০ | ১৮ | ৪ | ১ | ১ | ১৩১৩ |
| | | | | | ১৯ | ৫ | ২ | ২ | ১৩১৩ |
| ৪ | ২২ | ১ | ১৮ | ১৩৩৯ | ২০ | ৬ | ৩ | ৩ | ১৩১৯ |
| ৫ | ২৩ | ২ | ১৯ | ১৩৩৯ | ২১ | ৭ | ৪ | ৫ | ১৩২৯ |
| ৬ | ২৪ | ৩ | ২০ | ১৩৩৮ | ২২ | ৮ | ৫ | ৬ | ১৩২৭ |
| ৭ | ২৫ | ৪ | ২১ | ১৩৩৮ | ২৩ | ৯ | ৬ | ৭ | ১৩২৬ |
| ৮ | ২৬ | ৫ | ২২ | ১৩৩৮ | ২৪ | ১০ | ৭ | ৮ | ১৩২৫ |
| ৯ | ২৭ | ৬ | ২৩ | ১৩৩৭ | | | | | |
| ১০ | ২৮ | ৭ | ২৪ | ১৩৩৭ | ২৫ | ১১ | ১ | ৯ | ১৩২৪ |
| | | | | | ২৬ | ১২ | ২ | ১০ | ১৩২৩ |
| ১১ | ২৯ | ১ | ২৫ | ১৩৩৬ | ২৭ | ১৩ | ৩ | ১১ | ১৩২২ |
| ১২ | ৩০ | ২ | ২৬ | ১৩৩৬ | ২৮ | ১৪ | ৪ | ১২ | ১৩২১ |
| ১৩ | ৩১ | ৩ | ২৬ | ১৩৩৫ | ২৯ | ১৫ | ৫ | ১৩ | ১৩২২ |
| ১৪ | ৩১ | ৪ | ২৭ | ১৩৩৪ | ৩০ | ১৬ | ৬ | ১৪ | ১৩১৮ |
| ১৫ | ১ | ৫ | ২৮ | ১৩৩৩ | ৩১ | ১৭ | ৭ | ১৫ | ১৩১৭ |
| ১৬ | ২ | ৬ | ২৯ | ১৩৩২ | | | | | |

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.*

# অৰুণোদই

৭ বচৰ। মোং সিৱসাগৰ, জুলাই, ১৮৫২। নম্বৰ ৭।

VOL. VII. SIBSAGOR, ASAM, JULY, 1852. NO. 7.


## মান দেসৰ বিবৰন।

**Description of the Burman Empire.**

আমাৰ পূব আৰু অগ্নি দিসে বৰ্ম্মা নামে মানৰ ডাঙ্গৰ দেস আছে। উত্তৰা দখিনাকৈ দিঘে ৭০০ মাইল; বহলে ২। ৩ স মান মাইল। তাৰ নিবাসি লোক আন্দাজে ৫০,০০,০০০। তাৰ প্ৰধান দুই ভাগ, উত্তৰ ভাগ মানৰ নিজ থান; দখিন ভাগত পেগু দেস আছিল, তাক আলমপৰা বাদস্যাই দখল কৰাৰ এতিয়া এস বচৰ হল। পেগু দেসৰ তালাইন ভাসা গুচাবৰ নিমিত্তে তাক বুলিবলৈ নিসেধ কৰি বৰ দণ্ড আগ্যা দিএ, আৰু তাত বাজে তালাইন লোকক অনেক ৰূপে সাস্তি কৰে। আগৈএ মানৰ ওপৰত তালাইনবিলাক অধিকাৰ আছিল।

মান লোক অতি সকত, ৰনত চালি, নিৰ্দয়া ৰূপে প্ৰবৰ্ত্তি চলকৰ কৰে। দেস ধৰ্ম্ম ভাল, প্ৰায়ে সকলো মাটিত খেতি কৰিব পাৰে। তাত অৰ্জা বস্তু ধান, কুঁহিয়াৰ, নিল, কপাহ, ধঁপাত, সকলো আছে। লোন দি চুঙাত খুন্দা মাচ বৰ খেদ কৰি খাই। দেসৰ মাজে দি ঐৰাৱত্তি নামে এখন বৰ নদি দখিন ফাললৈ বৈ গৈছে। পূব ফালে চালোএন নামে আন এখন ডাঙ্গৰ নদিও আছে। উত্তৰ পচিম ভাগে কেন্দোএন নদি আছে; সি মনিপুৰৰ ওচৰ। জাহাজ আদি সাজিবলৈ নানা বিধ উত্তম কাঠ মান দেসত আছে। টিক নামে এবিধ সিজৰি গচ বৰ টান, উঁয়ে কেতিয়াও তাক নে খাই। কুলিৰ বন মৰগ, দিনটত ৪ বা ৬ অনা লই। মোহৰ ৰূপ চলতি নাই; ভিৰি ৰূপ কাটি কাটি তৰ্জ্জুৰে জুখি লই। পইচাৰ বাবে সিহঁকে সেই ৰূপে কাটি বেচে। দেসৰ পৰা জাহাজেৰে ৰূপ পঠাবলৈ ৰজাৰ নিসেধ। আৰু কোনো মাইকি বা লৰা দেস এৰিবলৈ নি দিএ; মতা হলে পৰিয়াল থাকিলে জাব পাৰে। খেহে সৈতে সিহঁতে বামে আৰু জাহাজেও অনেক বেহা বেপাৰ কৰে। ৰজাৰ দিনত অচম দেসৰ দস্তুৰৰ দৰে, সমান্য মানুহবিলাকে মৰ্জ তাৰ ঘৰ, পিন্ধা ওৰা কৰিব নোৱাৰে। আৰু অলপ



মান তিৰোতা নকচা।

**Costume of Burmese Ladies.**

Burmese War Boat.

চহৰি হলে সিহঁতে ধন সম্পত্তি যে যেখাই খু বুজাই; অধিকাৰে বুজিলে যোগাই জগৰত পেলাই ভেঁটিকে সকলোকে লই। আটাইবিলাক অধিকাৰে ভেঁটিবেহে প্ৰবৰ্ত্তে; সিবিলাক অতি অনিয়াই ডকাইতৰ দৰে কৰে। মানে এজনি তিৰোতাৰ বাহিৰে সৰহকৈ বিয়া কৰিব নোআৰে; কিন্তু বেটিৰ বাবে অনেকক ৰাখে, সিহঁত যৈনি জনিৰ তলে থাকে। সঁক লৰাৰ বিহুত অনেক সান্তি সুচি কৰা কৰমত প্ৰবৰ্ত্তে। তেতিয়া গাভৰু চোআলি সকলো গুলাই আহি মানুহ আটাইবিলাকক পানিৰে সান্তি কৰে। ডাঙৰ লোক মৰিলে, সটো পোৰে; সৰুবিলাকক পুতি থই। কেতিয়াবা ধনৱন্ত লোকৰ স মৌ জোলত ৰাখি থই।

মান লোক প্ৰাই সকলোএ লিখিব পৰ্হিব পাৰে; লৰা কালত বাপু চাঙত সিকি থাকে। সিহঁতৰ পুথি তাল পাতেৰে কৰে, তাক টাৰিপতিয়া পুথি বোলে। সেই পাতত লোৰ সলাৰে আখৰ লিখে, পাচে সিতা তেলেৰে মোহাৰে, যাতে আখৰ জলে। মান আখৰ ঘুৰনিয়া, দেখিবলৈ সুন্দৰ, পৰ্হিবলৈ কিচু টান। সিবিলাকৰ ক খ আদি আখৰবিলাক তলত লিখিচোঁ।

| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| က | ခ | ဂ | ဃ | င | စ | ဆ | ဇ | ဈ | ည |
| ক | খ | গ | ঘ | ঙ | চ | ছ | জ | ঝ | ঞ |
| ဋ | ဌ | ဍ | ဎ | ဏ | တ | ထ | ဒ | ဓ | န |
| ট | ঠ | ড | ঢ | ণ | ত | থ | দ | ধ | ন |
| ပ | ဖ | ဗ | ဘ | မ | ယ | ရ | လ | ဝ | သ |
| প | ফ | ব | ভ | ম | য় | ৰ | ল | ৱ | স |
| ဟ | ဠ | ကာ | ကိ | ကီ | ကု | ကူ | ကေ | | |
| হ | ল | কা | কি | কী | কু | কূ | কে | | |
| ကဲ | ကော | ကော် | ကံ | ကး | ကျ | ကြ | | | |
| কৈ | কো | কৌ | কং | কঃ | ক্য | ক্ৰ | | | |
| ၁ | ၂ | ၃ | ၄ | ၅ | ၆ | ၇ | ၈ | ၉ | ၁၀ |
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ |

মান লোকে বোধ ধৰমত প্ৰৱৰ্ত্তে; সিইতে তেঁওক গোতম বোলে। আগৰ কালত বিসি আছিল; এতিয়া নিৰ্ব্বান হল, অৰ্থাত নাই কিয়া বুলি কই। সিবিলাকৰ ভকত সকলে নিৰ্ব্বান হবলৈ বৰ বাঞ্চা কৰে; কিয়নো স্বৰ্গ মৰ্ত্ত্য সকলো প্ৰানিএ নকৈ জনম ধৰি ধৰি থাকে, তাক বৰ দুখ বুলি মানে; জিৱাত্মা নিচেই ঢুকালেহে ভাল বোলে। সিইতৰ বাপুক পুংগি বোলে, সিইত সকলো উদাসিন, আপুনি ভাত নে ৰান্ধি, হাতে লৈ একো নে খাই; ভাত পাবৰ নিমিতে নিতৌ আলি বাটত তললৈ মুকৈ চাই ফুৰে, তিৰোতাবিলাকে ভাত লৈ আহি বাপুৰ কঠুআত দিএ, দিনটত এসাজ মাথোন খাই। সিবিলাকে তিৰোতা মানুহলৈ নে চাই, বস্তু বেচা কিনা ন কৰে, ধনো ন লই, আৰু অকল হা লধিয়া কাপৰহে লই। ধৰমৰ কথা গাই থাকোঁতে মুখৰ আগত তাঙ্গৰ পংখা আঁৰ দি ধৰে। মানৰ ধৰমৰ দৰে একো জিয়া জন্তু মাৰিব নে পাই, লোকে মাৰিলে গৰু আদি সকলোকে খাই। মান দেসত গৌতমৰ অনেক মুৰ্ত্তি আৰু দল মঠ আছে; সেই মুৰ্ত্তিত সিইতে সেৱা কৰে। আৰিমথিয়া নামে গৌতমৰ নিচিনা আৰু এটা দেৱতা ওপাব বুলি জানে।

মান দেসত খ্ৰিষ্টিয়ান ধৰম সিকাবলৈ জদ্‌চন আদি কৰি আমেৰিকান মিস্যনেৰি চাহাব লোক ৪৬ বচৰ মানৰ পৰা তাতে আছে। ধৰম সাস্ত্ৰ মান ভাসাৰে ভাঙ্গি সকলো ঠাইত সিলাইচে। কেতবিলাক ঠাইত খ্ৰিষ্টিয়ান মণ্ডলি থাপন কৰা হৈচে; কিন্তু সিবিলাকে অধিকাৰৰ পৰা বৰ দুখ পাই, আৰু কোনো কোনোক বন্দি সালত দি বৰ সাস্তি কৰিলে। জেতিয়া ইঙ্গৰাজিএ সৈতে ৰন হৈচিল, তেতিয়া সিইতে জদ্‌চন চাহাবক ধৰি অসংখ্য সাস্তি দিলে; তেঁওৰ মেম চাহাবে বৰ সুমেৰে উপকাৰ ন কৰা হলে তেঁও মৰিলহেঁতেন। সেসত তেঁও এধা মৰা হোআ সময়ত কম্পানিৰ ফৌজে ঐৰাৱতি নদিএ উজাই ৰাজ ধানিৰ ওচৰ পালত ৰজা বৰ ভই পাই সেই চাহাবক বন্দি সালৰ পৰা উলিয়াই কথা বাৰ্ত্তা হবলৈ ১৮২৫ সকৰ ডিচেম্বৰ মাহত ইঙ্গৰাজিৰ সেনাপতি চেৰ আৰ্চিবল কেম্বেল চাহাবৰ ওচৰলৈ বেগাই পঠাই মিল হবলৈ কথা দিলে। এই ৰূপে জদ্‌চন চাহাবে কটকি বাবে দুই তিনি বেলি অহা জোআ কৰিলত ইঙ্গৰাজি ফৌজে ৰৈ নে থাকি ৰাজ নগৰলৈ চাপি অহাত এৰাতি ৰজাৰ জি সোন ৰূপৰ পাত্ৰ আছিল, সেইবিলাকক বেগাই গোটাই পঠাই দিলে, আৰু সেনাপতিএ খোজা জি ধন, পাচে সকলোকে পুৰাই দিম, ৰজাই এই বুলি কোআই মিলনৰ নিবন্ধ কৰিলে। সেই ৰনৰ দোআৰাই কম্পানিএ মান দেসৰ দুই ডোখৰ পালে, পচিম ফালে মগ দেস, আৰু পুব ফাল তেনাচেৰিম প্ৰদেস পালে। অচম দেসৰ পৰাও মানক খেদাই এই দেসকো ললে। সেই ৰনত মানে কম্পানিৰ সক্তি বুজি কেতখনি কাললৈ ভালে আছিল, পাচে সাহ পাই ইঙ্গৰাজি সদাগৰ চাহাব লোকক অনেক ডকা দি অমৰ্জ্জা কৰাত কম্পানিএ আকও জুধৰ আৰম্ভন কৰিলে। এই বেলি সিইতৰ দখিনৰ ফালে থকা জি পেগু দেস, কম্পানিএ তাকো লব বুলি অনেকৰ মুখে সুনিচোঁ।

মানৰ ৰাজ নগৰ আৱাৰ বাহিৰে ৰাংগুন নগৰ প্ৰধান; তাৰ পচিমে বাচিন, পুব ফালে মাৰ্ত্তবান, সেই দুই নগৰ কম্পানিএ এতিয়া লৈচে। তাত বাজে প্ৰোম, পগান, মিয়েদি, চেম্বুগিউ, পাতনাগো, এইবিলাক নগৰ আছে: পগান নগৰত ভালেমান পুৰনি বৰ ডাঙ্গৰ সিলৰ মঠ আছে।

ইএনানগাঁৱত সিআ তেল ওলোআ অনেক নাদ আছে; তাৰ পৰা সেই তেল নাও ভৰাই সকলো ঠাইত বেচেগৈ।

সিবিলাকৰ চৰা আৰু খেল নাও বৰ সুন্দৰ, সৰুত; সিবিলাকৰ এখান বনুআ নাৱৰ নকচা সি পিঠিত লিখা আছে; বৰ বেগেৰে তাক চলাই।



## মই প্ৰাৰ্থনা কৰিব নে জানোঁ।

I do not know how to pray.

এক গধুলিত দুটি সৰু বায়েক ভনিএকে উমলি আচিল, সুৰয় বেলি হলত ভনিএকে বায়েকত কলে, হে বাই, তুমি টোপনি নৌ জাওতে ইশ্বৰে তোমাক ৰাতি ৰাখিবলৈ প্ৰাৰ্থনা কৰা নে? বায়েকে কলে, ভনি, মই প্ৰাৰ্থনা কৰিব নে জানোঁ, তুমি জানা নে? ভনিএকে বুলিলে, হই, মই জানোঁ, আৰু নিতৌ গধুলি পুআ প্ৰাৰ্থনা কৰিহে কাম কৰোঁ। ভনি, প্ৰাৰ্থনা কেনেকৈ কৰিব লাগে, কোআচোন, ময়ো সিকোঁ। ভনিএকে কলে, মই জি জি কাম কৰোঁ, সেই আটাই কৰমেই মোৰ এক এক প্ৰাৰ্থনাৰ কাৰন হই। জেতিয়া মই ঘৰ সাৰিবলৈ হাতত বাঢ়নি লওঁ, তেতিয়া ইশ্বৰলৈ এই প্ৰাৰ্থনা কৰোঁ; হে স্বৰগত থকা মোৰ পিত্ৰি, এতিয়া মই জেনেকৈ এই ঘৰ সাৰি নিকা কৰিম, সেই ৰুপে ইশ্বৰে মোৰ পাপ আৰু মোৰ মলিন হোআ মন আপোনাৰ বাক্যেৰে সাৰি নিৰ্মল আৰু সুচি কৰোক। আৰু জেতিয়া ভাত খাঁও বা পানি পিও, তেতিয়াও এই প্ৰাৰ্থনা কৰোঁ, হে ইশ্বৰ, মই ভাত পানি খোআত জেনেকৈ মোৰ সৰিল ত্ৰিপ্তি হয়, তেনেকৈ ইশ্বৰেও আপোনাৰ বাক্যৰ দোআৰাই মোৰ অনন্ত জিয়নৰ আহাৰ দি মন ত্ৰিপ্তি কৰাওক। আৰু জেতিয়া নৰিয়া পৰাত দৰৱ খাঁও, তেতিয়া ইশ্বৰলৈ এনে প্ৰাৰ্থনা কৰোঁ, হে প্ৰভু, মই এতিয়া দৰৱ খোআত জেনেকৈ মোৰ সৰিল সুস্ত হয়, তেনেকৈ আপুনি মোৰ পাপ ৰুপ জি মনৰ ৰোগ, তাকে ত্ৰান কৰ্ত্তা প্ৰভুৰ তেজেৰে ধুই পৱিত্ৰানৰ দৰৱ দি সুস্ত কৰোক।

এই দৰে ভনিএকৰ কথা সুনি বায়েকেও সকলো কৰম কৰা সময়ত প্ৰাৰ্থনা কৰিবলৈ সিকিলে। মোৰ প্ৰিয় লৰা চোআলিবিলাক, তোমোলাকেও আটাই কাম কৰাৰ সময়ত ইশ্বৰলৈ প্ৰাৰ্থনা কৰিবলৈ সিকিবা। তেহে মৰনৰ পাচত ইশ্বৰৰ পো জি হৈ অনন্ত সুখত ভাগ পাবা। ন. ৱ. ক.

## সুবুধি বচন।

Useful Maxims.

ঘনে ঘনে প্ৰাৰ্থনা কৰা, তেহে ঘনে পতি প্ৰাৰ্থনা কৰিবলৈ সহজ হব।

মৰনৰ পাচত জি প্ৰয়োজনিয় আহাৰ তোমাক লাগিব, তেনে গুটি এতিয়া জিয়াই থাকোঁতে সিঁচিবা। অৰ্থাত সত্য ধৰম আৰ্জন কৰা।

আগলৈ ভাল হবৰ নিমিত্তে বৰ্ত্তমান কালত পৰিস্ৰম কৰা।

তোমাক দেখিবলৈ সুআনি হই নে? জদি তোমাৰ সৰিল দেখাত সোভা হই, তেন্তে তাৰে সৈতে ইশ্বৰে দেখাত আপোনাৰ মনকো সোভা কৰা। সংসাৰিক অলঙ্কাৰতকৈ জি অলঙ্কাৰ পিন্ধাত ইশ্বৰে সোভা দেখে, সেই ধৰম ৰুপ মনৰ নিৰ্মল অলঙ্কাৰ পিন্ধা। সেয়ে হলে অনন্ত কাললৈ স্বৰগ ৰাজ্যত জিলিকি থাকিবা।

খ্ৰিষ্টিয়ান লোকে ইটে সিটে দন্দ হাই কামোৰা কামুৰি কৰাত কেনে আপদ! ৰাঘ কুকুৰে মেৰক নষ্ট কৰাত বৰ বিস্ময় ন হই, কিন্তু মেৰবিলাকে জদি ইটে সিটে খোআ খুই কৰে, সেয়ে বৰ আচৰিত।

দুখৰ কালত সহন কৰিলে দুখ গিলিবলৈ ঢিল হই, কিন্তু বিমুৰ্চিত হলে সেনত তিতা পোআ জাই।

সকলোৰে আদৰ পাব লাগিলে, তোমাৰ মুখত মিঠা বস্তু ৰাখা। কিয়নো দহ হেজাৰ টেঙ্কা দি আৰু কেটেৰা মাত মতাতকৈ এটা কোমল মিঠা কথা কোআই ভাল।

পাপি লোকৰ অনিয়ায়ৰ বহু সম্পতিতকৈ ধৰমি লোকৰ অলপ বস্তুএই ভাল।

দাবিদ ৰজাই আপোনাৰ গিতৰ পুথিত লিখিলে, আগেএ মই লৰা আছিলোঁ, কিন্তু এতিয়া বুঢ়া হলোঁ, তথাপি ধৰমি লোকৰ সন্তানে লোকৰ দুআৰ মুখত মাগি খোআ নে দেখিলোঁ।

ন. ল. ক.



## তিৰ্থৰ বিবৰন ।

Wanderings of a Pilgrim.—From the Bengali.

১ অধ্যা ।

ভক্তি আৰাধনা ।

চবি ।

ত্ৰান কৰ্ত্তা প্ৰভু খ্ৰিষ্ট, অপৰাধি মই পাপিষ্ট,
পাসণ্ড দুৰ্ম্মতি দুৰাচাৰ;
নে জানোঁ ভকতি স্তুতি, গিয়ান হিন অল্প মতি,
তুমি অগতিৰ গতি সাৰ ।
খেমা কৰি দোস মোৰ, ৰাখি আচা এই কিঙ্কৰ
দুৰ্জ্জন চইতানৰ মায়াত;
তুমি প্ৰভু দায়াবান, কৰিলাহা পৰিত্ৰান,
থাকিব নি দিলা এক্কাৰত ।
প্ৰান দিয়া কৰে ত্ৰান, সহি বহু অপমান,
হাই হাই, সত্ৰুৰ কাৰনে,
এনে দায়া অতিসই কতো নে দেখিলো মই,
য়িচু বিনে এই তিনি ভুবনে ।
সুনা প্ৰভু নৰেস্বৰ, মাগো মই এহি বৰ,
অন্তে জেন স্বৰ্গ থান পাও,
জত দিন এই সংসাৰ ৰাখিবাহা দুৰাচাৰ,
সদা জেন তজু গুন গাঁও ।
ধন্য প্ৰভু য়িচু খ্ৰিষ্ট, অধৰমি মই পাপিষ্ট,
কৰা দায়া দিন হিন জনে;
তুমি করুনা সাগৰ, ভক্তি হিন এই পামৰ
ক্ৰিপা কৰা আপোনাৰ গুনে ।
সাস্ত্ৰত বাক্য তোমাৰ মনতে কৰিয়া সাৰ
সাখি পাব পৰম আত্মাৰ;
সেহি তজু বাক্য মানি ভক্তি ভাৱে জি জি প্ৰানি
প্ৰেম ভই কৰই তোমাৰ ।
নিচয়ে তাহাৰ ত্ৰান, নাহি কিচু অপমান,
কাৰন সি কৰিচে স্বিকাৰ;
মোহোতে বিস্বাস কৰা, পাপ কৰ্ম সব এৰা,
ভেন্তে ৰখ্যা হৈবেক তোমাৰ ।
তোমাৰ প্ৰতিগ্যা সাৰ নিচয়ে হৈবেক পাৰ,
সত্য ভক্তি হব জি জনাৰ;
এহি ভিখ্যা মাগো আমি, য়িচুহে জগত স্বামি,
মোৰ পাপ কৰিও সংহাৰ ।
ধৰ্মাত্মাৰ ক্ৰিপা দান দিয়া অনাথক গিয়ান,
ধৰ্ম্ম পথে হওক মোৰ মতি;
পাপিষ্ট অধম দুষ্ট, পাপে সদা মতি তুষ্ট,
ৰাখা, ৰাখা, অগতিৰ গতি ।

পয়াৰ ।

দিননাথ দায়া কৰা আপোনাৰ গুনে,
কৰিচোঁ কাতৰ মই দিন হিন জনে ।
তুমি প্ৰভু দায়া নাথ নিওক উধাৰি,
অপাৰ সাগৰ পাৰ কৰাহে কাণ্ডাৰি ।
মই পাপি কি বৰ্নিমো তোমাৰ মহিমা.
অনন্ত অসংখ্য গুন নাহি তাৰ সিমা ।
সৰ্ব্ববিয়াপি, সৰ্ব্বদৰ্সি, সৰ্ব্ব সক্তিমান,
অনাদি, অনন্ত, তুমি ব্ৰহ্ম নিৰঞ্জন;
সৰ্ব্বজ্ঞান, অবিনাসি, আৰু নিৰাময়,.
অন্তৰ্য্যামি, সৰ্ব্বানন্দ, প্ৰভু দায়াময়;
নিষ্কাম, নিষ্পাপ, সৰ্ব্ব গুনৰ আধাৰ,
তুমি সত্য ভগৱন্ত, প্ৰভু নিৰাকাৰ ।
আদিতে কৰিলা স্বৰ্গ প্ৰিথিবিৰ স্ৰিস্টি,
তাহাতে হৈলন্ত সৰ্ব্ব নয়নৰ দ্ৰিস্টি ।
গম্ভিৰ জলৰ মাজে ঘোৰ অন্ধকাৰ,
জলত আচিলে আত্মা প্ৰভু আপোনাৰ ।
দিপ্তি হওক এই আগ্যা দিয়া মাত্ৰ তুমি,
অন্ধকাৰ মাজে দিপ্তি হৈলন্ত আপুনি
দিপ্তিকে উত্তম দেখি অন্ধকাৰ ভিন
কৰি দিলা দিন ৰাতি প্ৰভু দুই চিন,
এন্ধাৰৰ নাম ৰাতি তুমিহে ৰাখিলা
সন্ধ্যা প্ৰাতহ কাল দিন প্ৰথম থাপিলা
এই ৰূপে চই দিনে কৰিলাহা স্ৰিস্টি,
স্বৰ্গ প্ৰিথিবিতে জি জি কৰি আচো দ্ৰিস্টি.
নানা জন্তু, নানা পখি, কিটাদি পতঙ্গ,
বিবিধ ৰূপতে আচে দেখি কত ৰঙ্গ,
তিন ব্ৰিখ্য আদি জত তোমাৰ আগ্যাতে
হৈলন্ত সকল স্ৰিষ্টি সোভন দেখিতে ।
অৱসেসে মনুস্যৰ জাতিক স্ৰিজিলা,
অংস ক্ৰমে নিজ গুন তাহাতে অৰ্পিলা ।
আদিতে আদম নাম থৈলাহা তাহাৰ,
কামি হাৰ লৈয়া স্ৰিষ্টি কৰিলা হাৱাৰ;
নৰ নাৰি কৰি দুইকো কৰিলা নিজুক্ত,
পিত্ৰি মাত্ৰি তিয়াগি কৰে তিৰিতে আসক্ত ।
কেৱে কাকো তিয়াগি কোনো কালে ন কৰিব,
তিৰি পুৰুস দুয়ো এক ভাৱতে থাকিব,
এই ৰূপে সষ্ট দিনে স্ৰিষ্টি সমাপিয়া,
এদেন বাৰিত নৰ ৰাখিলা থাপিয়া ।

বশবৰ্ত্তি হৈয়া জেন থাকিব তোমাৰ,
সেই হেতু ধৰ্ম্ম আগ্যা কৰিলা প্ৰচাৰ ।
এহি উদ্যানতে থাকি বহু সংখ্যা হোআ,
ব্ৰিখ্যাদিৰ ফল পাৰি তোমোলাকে খোআ;
কিন্তু ভাল মন্দ গ্যান দাতা ব্ৰিখ্য আছে,
সে খাবা তাহাৰ ফল, নষ্ট হবা পাছে;
মোৰ আগ্যা সে মানিয়া জদি তাক খাবা,
নিচয়ে কহিলোঁ সেই দিনতে মৰিবা ।
চইতানৰ চলত ভুলিল আদি মাতা,
ভুঞ্জিলে আপুনি ফল সে মানি সেই কথা ।
পুৰুসকো সেহি ফল আনি খুউআইলে,
প্ৰসংগত তেঁওৰ আগ্যা লংঘন কৰিলে ।
তাহাতে হৈলন্ত পাপ স্ৰিস্টিৰ ৰাজত্ব,
নৰৰ ওপৰে এবে কৰিছে কৰ্ত্তিত্ব ।

তাদি পুৰুসৰ পাপে ভ্ৰষ্ট নৰগন,
তোমাক ভুলিয়া সবে পাপত মগন ।
পাপ মগ্ন সবাকাৰ পাপ আচৰন,
অসাৰ সংসাৰে ভুমি হৈয়া অচেতন;
চাহিবা তোমাৰ ভক্তি স্তুতি আৰাধনা
নিতান্ত ইন্দ্ৰিয় সুখে কৰিছে সাধনা;
পিত্ৰি, মাত্ৰি ভাই, বন্ধু, স্ত্ৰি, পুত্ৰাদি ধন,
গ্ৰিহ ভুমি অসাৰ বস্তুতে অৰ্পি মন ।
অসাৰ বস্তুত লাগি মগ্ন সৰ্ব্ব নৰ,
কোনোএ ন কৰে আপোনাক কিছু ডৰ ।
তোমাৰ প্ৰসাদে সবে অন্ন বস্ত্ৰ পাই,
তোমাৰ ক্ৰিপাতে বিপদৰ সঙ্কা নাই;
ৰোগ, দুখ, সোক, পিৰা দেহে জত ঘটে,
তভু অনুগ্ৰহে ৰখ্যা পাৱে সেই সঙ্কটে;
ৰাত্তিতে নিদ্ৰাত ঘোৰ থাকোঁ অচেতন,
তুমিহে কৰিছা ৰখ্যা সদা সৰ্ব্বখ্যন;
তোমাৰ দায়াতে দেখোঁ দিবাকাৰ গতি,
তভু অনুগ্ৰহে দ্ৰিস্টি কৰোঁ নিসাপতি;
তোমাৰ ইচ্ছাতে কৰোঁ জিৱন ধাৰন,
তুমি জাৰ তুষ্ট তাৰ কি কৰে দমন ।
কি জি দেখোঁ সি সবত তোমাৰ মহিমা,
সহস্ৰ বদনে তাৰ নাহি হই সিমা ।
গিয়ান ভ্ৰষ্ট নৰ জাতি পিত্ৰি পাপ ফলে
পতিত হৈলন্ত পাপ সমুদ্ৰে সকলে.

চাহিয়া তোমাৰ স্তুতি ভক্তি আৰাধনা
কৰে হস্তক্ৰিত দেৱ দেবিৰ অৰ্চ্চনা;
পৰকাল হেতু কোনো চিন্তা নাহি কৰে,
গিয়ান সুন্য সৰ্ব্বজন পাপ পথে ফুৰে ।
তুমি স্ৰিস্টি স্থিতি ৰখ্যা কৰ্ত্তা সবাকাৰ,
খেনেকতে কৰিবাক পাৰাহা সংহাৰ ।
তথাপিও দায়ামই দিন হিন গনে,
ত্ৰানৰ উপাই কৰে নিজ প্ৰান দানে;
আগ্যা লংঘনৰ দোস খেমা কৰিবৰ
মাত্তি আছে পাপিগন ক্ৰিপাৰ আধাৰ;
আঁহা আঁহা, জত পাপি সংসাৰৰ নৰ,
জিৱনৰ নাথ মই, মোৰ পথ ধৰ;
মন পালটন কৰা পাপৰ কাৰন,
মোহোৰ বাক্যত চলা কৰিয়া ধাৰন;
দ্ৰিঢ় ভক্তি ভাবে সদা কৰিবা প্ৰাৰ্থনা,
তাহাতে পাইবা ধৰ্ম্ম আত্মাৰ সান্ত্বনা;
পাপ পুন্য মন্দ কৰ্ম্ম তেঁৱে জনাইব,
নিজ নিজ মনে সব প্ৰবোধ পাইব,
জি কোনোএ লইবেক মোহোৰ আস্ৰই,
তিয়াগ ন কৰিমো তাক, কহিলোঁ নিচই ।

এই ৰূপে ধৰ্ম্ম সাস্ত্ৰে সুনোঁ থানে থানে,
প্ৰতিগ্যাৰ বাক্য প্ৰভু বুলিছে আপোনে
তথাচ পাপিষ্ট আমি ভ্ৰষ্ট নৰ জাতি
লংঘিয়া তোমাৰ বাক্য পাপে কৰোঁ গতি,
পাপ কৰ্ম্মে মতি মন পাপ আচৰন
আছোঁ সদা সৰ্ব্বখ্যন পাপতে মগন;
তভু ইষ্ট কৰ্ম্ম আমি কিছু নাহি কৰোঁ,
আপোনাৰ সুখ মাত্ৰ সৰ্ব্বদা বিচাৰোঁ ।

খেমা কৰা ক্ৰিপাধাৰ, দিয়া দিব্য গিয়ান,
আপোনাৰ প্ৰতি কৰা মন আকৰ্ষন ।
ডুবি আছোঁ পাপ জলে আমি অতিসই,
ক্ৰিপা কৰি ৰাখিওক প্ৰভু দায়ামই ।
পদ্ম পাতে পৰি জেন থিৰ নাহি জল,
তেনে ৰূপে দেহে প্ৰান কৰে টল বল ।
দেখিয়া পাপ সাগৰ ভাবোঁ নিৰন্তৰ,
ৰাখা, ৰাখা, ক্ৰিপাধাৰ, কৰুনা সাগৰ.

নিজ পুত্ৰ যাৰ ফলে কৰিও উধাৰ,
খেমা কৰা জত পাপ আছে সবাকাৰ;
পৱিত্ৰাত্ত নি নিবাহা খেমিওক বোল,
এই প্ৰাৰ্থনাতে প্ৰভু হয়োক সন্তোস ।
সমস্ত জগত সৰ্ব্ব নৰৰ অন্তৰে
সত্য ধৰ্ম ব্যাপ্ত প্ৰভু কৰিও সত্বৰে;
সৰ্ব্ব দেসে সৰ্ব্ব থানে তমু ৰাজ্য হওক,
চইতানৰ ৰাজ্য আৰু মৰ্ত্তে নে থাকোক;
মিচা দেৱতাৰ নাম সিদ্ধে কৰা লুপ্ত,
ধৰ্ম গিয়ানে নৰ লোক কৰা পৱিত্ৰিপ্ত ।
জেনে স্বৰগত আপোনাৰ ইচা হই,
মৰ্ত্ত্য থানেও সেহি ৰূপে কৰোক সবাই;
সৰ্ব্ব মুখে তমু গুন কৰোক বিকাৰ,
অনন্ত জিৱনে আত্মা ৰাখা সবাকাৰ ।
তোমাৰ মণ্ডলি প্ৰভু আছে জি জি থানে,
ৰাখিওক সকলোকে আপোনাৰ গুনে;
সৰ্ব্ব পাপ ৰোগ সোক আৰু আপদত
উধাৰ কৰাহা এহি প্ৰাৰ্থনা তোমাত ।
ধৰ্ম আত্মা দান দিয়া, দিয়া ধৰ্ম গিয়ান,
সকলে কৰোক তমু নামৰ কিৰ্ত্তন ।
জিতো কৰে আমাক তাৰনা আৰু নিন্দা,
নতুবা সত্ৰুতা কিবা কৰিব বিটণ্ডা;
তাৰ হেতু কৰোঁ এহি প্ৰাৰ্থানাহে আমি,
মঙ্গল কৰিবা তাক জগতৰ স্বামি ।
ৰজা কিবা দেস ৰখ্যা কৰে জেহি জন,
দুষ্টক দমন আৰু সন্তক পালন;
কৰিওক প্ৰভু তাৰ প্ৰতি ক্ৰিপা দ্ৰিষ্টি,
পালন কৰা হে নাথ আপোনাৰ স্ৰিষ্টি ।
ধৰ্ম অগ্নি জ্বালি সৰ্ব্ব নৰৰ অন্তৰ
নাস কৰা অতি ঘোৰ বিপদ এন্ধাৰ ।
বিপদ নাসক য়িচু অনাথৰ নাথ,
অধমৰ কাকুতিতে কৰা কৰ্নপাত;
দিননাথ সুনিয়োক পাপিৰ কাতৰ,
পৰিয়া পাপ সাগৰে তাকোঁ নিৰন্তৰ ।
পালও পামৰ মই পাপিষ্ট অগ্যান,
অন্ত কালে দিয়া থান তোমাৰ চৰন ।
তোমাৰ নামত এহি প্ৰাৰ্থনা স্তৱন,
অধমক ত্ৰান কৰা হওক, আমেন ।

২ আখ্যা ।

সন্যাসি ধৰম গ্ৰহন কৰি তিৰ্থ জাত্ৰাৰ আৰম্ভন কৰা ।

দুলৰি ।

সুনা সৰ্ব্ব জন অম্ৰিত বচন,
বিষয়ে দিওক বাদ;
পাপ তৰিবৰ য়িচু পদ সাৰ,
নাহি অন্য আৰু আস ।
তেঁৱে দায়াভুৰ, আপুনি ইশ্বৰ,
পূৰ্ন ব্ৰহ্ম সনাতন;
য়িচু বিনে আৰ সকলো অসাৰ,
ভাবি দেখা সৰ্ব্ব জন ।
তেঁৱে প্ৰেম সিন্ধু, পাপিষ্টৰ বন্ধু,
তাৰিচে দুৰ্ম্মতি নৰ;
দায়াবান অতি সৰ্ব্ব জন প্ৰতি
দুষ্ট অধম পামৰ ।
তেঁওৰ প্ৰেম অতি পাতকিৰ প্ৰতি,
ভক্তি স্তুতি কৰে জেই,
মনে বিশ্বাসিলে, খেদ যুক্ত হলে,
মুক্তি পথ পাৱ সেই ।
ধৰ্ম সাস্ত্ৰে ত্ৰান আচই প্ৰমান,
পৰ্হা হে পাঠকগন;
জদি নাহি পাৱ, তেন্তে বোলোঁ আৰ,
উপদেসে দিয়া মন ।
হেলা ন কৰিবা, সত্যক ধৰিবা,
সাস্ত্ৰে আগ্যা আছে জেন;
অতি সৰা লৰি পাপ তিয়াগ কৰি
সাধিও এমুখ্য ত্ৰান;
ন হলে নিৰাস, হবা সৰ্ব্বনাস,
অনন্ত নৰক থাম,
পৰি কোপানলে নিজ কৰ্ম ফলে,
কৰিবা অতি ক্ৰন্দন ।
জদিহে নে মানা, ভুঞ্জিবা জাতনা,
নৰক সাস্তি অনন্ত;
তেতিয়া তোমাৰ ন হব নিস্তাৰ,
দহিব অগ্নি প্ৰচণ্ড;
সদা সৰ্ব্বথান দগ্ধ হব মন,
নে পাবা কোনো সান্ত্বনা;

ইন্দ্রি আদি জত সব হব নষ্ট,
আত্মাহে পাৱ জাতনা ।
ভাই বন্ধুগন, তিৰি পুত্র ধন,
তাতে কিচু নাহি হব ;
সকলো অসাৰ, কোনো ন হই কাৰ,
তেতিয়া সঙ্গে ন বব ;
জত দিন দেহে আত্মা থিতি ৰহে,
বোলে সবে আপোনাৰ,
নয়ন মুদিলে, অচেতন হলে,
কোনো ন হই সঙ্গি কাৰ ।

এই হেতু সুন, হৈওক চেতন,
কৰা য়িচু পদ সাৰ ;
ভাবি দেখা জত সকলো অনিত্য,
প্রভুহে ত্রানাধিকাৰ ।
জেন ব্রিখ্য ডালে পখি গৈ সকলে
দণ্ডেক দুদণ্ড থাকে,
সেই ৰূপে জান, দেহতে জিৱন,
নিচয়ে বোলো সবাকে ।
ধর্ম্ম পথ ধৰা, তেজি পাপ হেৰা,
ভজিও খ্রিষ্ট সৰন
পাপ অন্ধকাৰে কিয় ঘুৰি মৰে,
মুদিয়া দুটি নয়ন !
সত্য ধর্ম্ম জেন সুৰ্জ্জৰ কিৰন
নে থাকে তাত এন্ধাৰ,
মিচা ধর্ম্ম জেই জোতি হিন সেই
চলোঁতে অতি দোৰ্ঘোৰ,
দিপ্তিতে সৰন কৰিলে গমন,
অপমান নাহি হব,
অন্ধকাৰে ভাই, চলিলে সদাই,
পথতে উজুটি খাব ।
এই হেতু সুন মোৰ নিবেদন,
খ্রিষ্টত কৰা আস্রই
য়িচু বিনে আৰ নাহিকে উধাৰ,
জানিবা নিচয়ে ভাই ।
তেঁৱে দায়াতুৰ, আপুনি ইশ্বৰ,
নৰ পাপিৰ কাৰন
জন্ম লৈল আহি, জেন পূর্ন সসি
আজি বিড়ু নিৰঞ্জন,

নৰ অৱতাৰ ভৈলা প্রেমাধাৰ
তাৰিবলৈ পাপিগন ;
কৰিয়া ভ্রমন সঙ্গে সিস্যগন
দিলে সুধৰম গিয়ান ;
অৱসেসে প্রান কৰি সমর্পন
প্রাচিত কৰিলা দান ;
কথা সাৰ এই সবাকো জনাই
তাতেহে পাপিৰ ত্রান ।
মিচা দেৱ দেবি তাক থাকি সেবি
কিয় কৰা আয়ু খই ?
কৰিলে আস্রই, পাপ ন হই খই,
জানিবা তাক নিচই ।
পূর্বে দেৱতাৰ নামে ভৱিসৰ
কৰিচিলোঁহো ভাৰসা
ন হৈল সাফল্য, সকলো বিফল,
মিচা হৈল সর্ব আসা ।
ভ্রমিয়া তির্থত কষ্ট পালো জত
হইয়া নিৰ্বোধ অতি,
সেহি কথা সুন, কৰি নিবেদন,
জনাও সবাৰ প্রতি ।
লৌকিক ৱেৱহাৰে ব্রাহ্মনৰ ঘৰে
জনম মোৰ হৈচিল ;
দেৱতাৰ মানা কৰিলোঁ এজনা,
হিন্দু ধর্ম্মে হৈয়া ভুল ।
হৈয়া সন্যাসি সিৱ তুল্য ৱেসি
হিন্দু সাস্ত্র অনুসাৰি ;
তপস্যা কতক কৰিলোঁ জতেক
ভক্তি কৰি ত্রিপুৰাৰি ।
তির্থ জাত্রা জত কৰিলোঁ সতত
কহিছো তাক বিস্তাৰি ;
হৈয়া বনবাসি ভ্রমি দিবা নিসি
দণ্ড কমণ্ডলু ধাৰি ;
বস্ত্র বাঘ চাল পিন্ধি কত কাল,
গলে ৰুদ্রাখ্যৰ মালা ;
সৰিৰে লিপিলো ভস্ম জত পালো,
হাতে বিভুতিৰ গোলা ।
গেঁজা ভাঙ্গ ভাই জত পাৰি খাই
দিনে ৰাতি সেই আহাৰ,
অনৰ কাৰন কত সব প্রান
অস্থি চর্ম হৈল সাৰ ।

বৰ সাঁক জত, নিম পাত ভত,
মই খালোঁ অনুখ্যন,
মনতে বিস্বাস হৈমো স্বৰ্গবাস
সিৱ নাম সদা খ্যান ।
বিচাৰি ব্রাহ্মন চলোঁ তাৰ থান,
সেযে কৰাই ভোজন;
সেহি ভাগ্য ফলে সে খালে স্রিগালে
তাতে বাঁচিল জিৱন;
গুৰু আগ্যা কৰি দিলে মোক এৰি
সদা তপস্যা কৰিতে,
সিৰে আগ্যা ধৰি সৰ্ব্বখ্যান কৰি
গুৰুৰ মন্ত্ৰ জপিতে ।
জি মন্ত্ৰৰ ফল, সুনাহে সকল,
তন্ত্ৰ সাস্ত্ৰে জেন বিধি;
সপ্তম দিৱসে তাতে অনায়াসে
হৈৱেক সকলো সিধি ।

মন্ত্ৰ গুন ।

"ওঁং অবিৰত্মন নিকট কট স্বাহা ।"
সিকি এই মন্ত্ৰ জেন ফল প্রাপ্তি হই,
কৰা তাক অৱধান সাস্ত্ৰে জেন কই ।
প্রথম দিনতে কিচু নাহি হৱ ফল,
দুতিয়তে পিত্রি লোক দেখিব সকল;
ত্রিতিয়তে জন্তু সব্দ বুজিবাক পাৰে,
চতুৰ্থতে ভবিস্যত বাক্য সক্তি ধৰে,
পঞ্চমতে সিধা পৰ্হা জানিব সমস্ত,
সষ্ট দিনে সৰ্ব সাস্ত্ৰ হৈৱেক মুখস্ত,
সপ্তম দিনতে সিৱ সক্তিৰ কাৰনে
কৈলাসত জাব সিতো ৰথ আৰোহনে ।

দুলৰি ।

সুনি মন্ত্ৰগুন, মনতে মগন,
কৰিলোহোঁ বহু স্রম;
সব ব্রেথা হৈল, দুখ কত গৈল,
কেৱল মনৰ ভ্ৰুম ।
তপস্যা কাৰনে বহি এক স্থানে
জেন নিচই অন্ধক,
জোগাসন কৰি মনে মৌন ধৰি
থাকোঁ খ্যানে জেন বক ।
জনকৰ পুৰ, হস্তিনা নগৰ,
অজোধ্যা, মথুৰা আদি
গকুল মহাবন আৰু ব্রিন্দাবন
পালোঁগৈ জমুনা নদি ।
গিৰি গোবৰ্দ্ধন কৰি দৰসন,
ৰাধা কুণ্ড, স্যাম কুণ্ড,
আৰু কুঞ্জবন, নিকুঞ্জ কানন,
কি কমো সি সব কাণ্ড ।
হৰিদ্বাৰ দেখি গৈয়া জ্বালামুখি,
পাচে বদৰিকা স্রম;
খন্তা গিৰনাৰ ধৰনি ধৰাৰ
তাহাতে দ্বাৰিকাধাম ।
থানে থানে বৈ কত দেৱালই,
তাক বৰ্নিবো কি কাৰ্য্য?
মুখ্য দেখি বোলে সন্যাসি সকলে,
চলি গলোঁ হিঙ্গুলাজ ।
ভুমিয়া সকল, ন হৈল সাম্ফল,
কাঠ বান্ধিলে চৰন;
জত দুখ তাই, জানিবা সবাই
পৰ্ব্বত বাট গমন ।
মিচা ধৰ্ম্ম লাগি হৈয়া অনুৰাগি,
ক্লেস কত কৈমে তাই;
হৈলে বৰ্ষা কাল, তলে ব্রিখ্য তাল,
কৰিলোঁ তাতে আস্রই;
বদৰ সমই নাহিক আস্রই,
সিৰত তাপ সুৰ্য্যৰ;
তাতে বৰ দুখ, মনত অসুখ,
দহে তনু নিৰন্তৰ ।
কত অগ্নি তাপ সহিলোঁ সন্তাপ
মনক থিৰ কৰিলোঁ;
কুবুধি প্রভাৱ দ্রিঢ ভক্তি তাৰ
সিলত মাথা দোঁআলোঁ ।
জাৰৰ সমই অগ্নিৰ আস্রই
সয়ন কৰোঁ মাটিত;
কেনি সিৱ সক্তি, নতুবা পাৰ্ব্বতি,
নে দেখিলোঁ কাকো তাত ।
পাই মন দুখ হৈ পাচে বিমুখ,
ঘুৰিলোঁ পুবৰ দিগ;
ক্রমে ক্রমে তাই চলিয়া সদাই
জাত্রা কৰিলো প্রয়াগ ।
বোলে হিন্দু মতে, ত্রিবেনি তিৰ্থতে
জি জন মাথা দোঁআৰ,

মুক্তি বস্তুমই পাইবেক নিচই,
ই কথা মিচা ন হব।
মোহোৰ সিৰত অতি বৰ উঁট
আচিলে গোটা চাবেক,
মুক্তিৰ আশ্বাসে মনত বিশ্বাসে
কাটি পেলালোঁহো তাক।
শাস্ত্ৰত বচন অন্তকালে ত্ৰান
জদি পাবে গঙ্গা জলে।
জেতিয়া মোৰ চুলি কাটিলোঁ আপুনি
হবিলে নাগা সকলে।
দিয়া গঙ্গা জল হৈলন্ত বিফল,
গুচিলে মুক্তিৰ আস;
হৰি নাগাগন আপোন আপোন
মাথাত বান্ধিলে কেস।
পৰ চুলি হৰি বান্ধি মুৰ ভৰি
ভোসন কৰিলে অঙ্গ;
অতি লোভ মন সজাই বদন
দেখি মিচা সৰ্ব ৰঙ্গ;
নাগা নাম ধৰে, পালে তিৰি হৰে,
সদা কৰে অপকৰ্ম,
চোৰ বধ আৰ অতি দুৰাচাৰ,
কাৰো নে দেখিলোঁ ধৰ্ম।
ধৰ্মৰ কাৰন জদি কোনো জন
হবলৈ খোজে ফকিৰ,
কৰি সুৰা পান বৰ অগিয়ান
কৰে অতি অহঙ্কাৰ।
কাম ক্ৰোধ আৰ জত দুৰাচাৰ
আচে সবাৰ অন্তৰে,
ধৰ্ম ৰূপ ধন সেই পাপিগন
কি মতে আৰ্জিব পাৰে?
এহি আচৰনে জানা সৰ্ব জনে,
ন হুই পাপ দমন;
ভাবি দেখা এই বিফল আসুই,
কেৱল অসুধ মন;
সৰ্ব শাস্ত্ৰে বোলে, সুমন ন হলে
জেয়ে কৰোক জি কৰ্ম,
তাহাতে সন্তাপ বাৰ্হে অতি পাপ,
ন হব কোনো ধৰম।
বোলে হিন্দুগন দণ্ডি নাৰায়ন,
বেদ্ আদি পুৰানে লিখে,
সম্প্ৰেণ তাহাৰ আচাৰ সবাৰ
জনাই দিলোঁ সবাকে।
মন অনুৰাগ চাবিয়া প্ৰয়াগ
জাত্ৰা কৰি মিৰ্জাপুৰ;
বিন্ধ্যা থানে গৈ দেখিলোঁহো ভাই,
দেবি বিন্ধ্যবাসিনিৰ।
অনন্তৰ কাসি দেখিলোঁ প্ৰবেসি,
কৰিলোঁ তাক দৰ্সন;
দেবি কামাখ্যাক মনে দেখিবাক
পুৰে কৰি'লা গমন।
হয়গ্ৰিৱ মাধৱ কেদাৰনাথ্ সিৱ
কামাখ্যা সুন্দৰি জত,
থানে থানে জুক্তি দেখো সিৱ মুৰ্তি,
তাহাক বৰ্নিবোঁ কত।
জাঁও জতে জতে, জপ কৰোঁ ততে,
নে দেখোঁ একোতে সাৰ,
কেনে ৰূপে তৰোঁ, সদা ভাবি মৰোঁ,
মনত পাপৰ ভাৰ।
মুক্তিৰ আশ্বাস কালিক বিশ্বাস
কৰিলোহোঁ এক মন,
কাল ভৈৰবক, নতুবা প্ৰেতক,
নে দেখিলোহোঁ নয়ন।
ঘৰ দ্বাৰ তিয়াগি পৰিত্ৰান লাগি
বিফল সব কৰিলো,
পাপি দুষ্ট মনে গুৰুৰ চৰনে
মিচাতে মাথা দোঁআলো;
মন্ত্ৰ আদি জত, সিৱ দুৰ্গা তত,
কিচু নাহি ফল সাৰ:
য়িচু বিনে ভাই, কতো ত্ৰান নাই,
দেখা সকলো অসাৰ।
জত তিৰ্থ থান দেখিলোঁ নয়ন;
কৰিবো তাক বৰ্নন,
মন থিৰ কৰি বিদয়ে বিচাৰি
বুজাহে পাঠকগন,
নিন্দা কৰিবৰ ইচা নাহি মোৰ,
দেখি আহিচোঁ আপুনি;
তাক নিবেদন কৰোঁ প্ৰিয়গন,
হয়োক সংন্যাস মুনি। ন. স. ক.

## য়াকোবে দেখা স্বৰ্গীয় সপোন।

Lesson VIII.— Jacob, or the Heavenly Dream.

আব্ৰাহাম আৰু চাৰা অতি বৃদ্ধ হল। পাচে চাৰাই মৰিলত আব্ৰাহামে তেঁওক পুতিবলৈ ইচা কৰিলে; কিন্তু কিনান দেশত চাৰাক পুতিবলৈ আব্ৰাহামৰ এডোখৰ মাটিও ন থকা হেতুকে তেঁও কিনানিয়াবিলাকক ধন দি এখান পথাৰ কিনিলে।

সেই পথাৰ খান গচ গচনিৰে পূৰ আৰু তাত এটা গহ্বৰো আছিল। আব্ৰাহামে চাৰাৰ মৰা স নৈ গহ্বৰতে থলে। পাচে আব্ৰাহাম মৰিলত তেঁওৰ পুত্ৰ ইচাকে তেঁওকো সেই গহ্বৰত জত চাৰাক থোৱা হৈছিল তাতে থলে।

সেসৰ দিনত আব্ৰাহামে সেই গহ্বৰৰ পৰা আকৌ উঠিব, আৰু স্বৰ্গত ইশ্বৰৰ সঙ্গত থাকিব। আব্ৰাহামে কিনানক আপোনাৰ দেস কৰিবলৈ ইচা ন কৰি, তাতকৈও উত্তম জি স্বৰ্গ, তাতে ইশ্বৰৰ সঙ্গত থাকিবলৈহে বাঞ্ছা কৰিলে।

আব্ৰাহামৰ আত্মা মৰা নাই, কিন্তু এতিয়া ইশ্বৰৰ সঙ্গত আছে; সেসৰ দিনত তেঁওৰ সৰিৰো জিব; তোমোলাকে তেঁওক দেখিবা, আৰু জদি আব্ৰাহামৰ নিচিনাকৈ ইশ্বৰক প্ৰেম কৰা, তেনে হলে তোমোলাকে আব্ৰাহামে সৈতে স্বৰ্গত একে লগে ৰহিবা।

ইচাকে ৰিবকা নামেৰে এজনি উত্তম কন্যা বিয়া কৰিলে। জি তাম্বু ঘৰত চাৰাই বাস কৰিছিলে, তাতে তায়ো থাকিল।

ইচাক আৰু ৰিবকাৰ এচৌ আৰু য়াকোব নামেৰে দুটি জঁজা পুত্ৰ আছিল। কিন্তু সিইত ইটৰ সিটৰ পৰা দেখিবলৈ আৰু স্বভাৱতো বৰ বেলেগ আছিল। এচৌ হলে লৰা কালৰে পৰা দুষ্ট, কিন্তু য়াকোব ভাল, ইশ্বৰক প্ৰেম কৰে। এচৌ বয়স পাই মানুহ হলত সি চিকাৰি হল; তাৰ কাঁৰ ধেনু আছিল, হাবিলৈ গৈ চৰাই পহু মাৰি ঘৰলৈ আনি খাবৰ নিমিত্তে জুগুত কৰি তাৰ ভাল আহাৰৰ অলপ অলপ বাপেক ইচাকক দিএ। এচৌএ পহু মাৰিবলৈ আৰু তাক ৰান্ধিবলৈ বেয়া ন হই; কিন্তু তাৰ মন দুষ্ট, সি ইশ্বৰলৈ মন নি দি তেঁওতকৈও খোৱা বোৱাকে অধিক প্ৰেম কৰিলে।

য়াকোব হলে মেৰ ৰখিয়া আছিল। সি আৰু তাৰ ছাগ মেৰ ছাগবিলাক আপোনাৰ তাম্বুৰ ওচৰত আৰু মাক বাপেকৰ লগত থাকিল। সি ইশ্বৰক প্ৰেম কৰে, আৰু বাৰে বাৰে তেঁওলৈ প্ৰাৰ্থনাও কৰে।

য়াকোবতকৈ ইচাকে অধৰমি এচৌক সৰহ প্ৰেম কৰাৰ কথা মই তোমোলাকক কবলৈ অসন্তোষ কৰিছোঁ।

কি কাৰনে সৰহ প্ৰেম কৰে মই কম নে? কিয়নো এচৌএ তেঁওলৈ ভাল আহাৰ আনে, সেই নিমিত্তে তাক সৰহ প্ৰেম কৰিবলৈ বৰ বেয়া কাৰন আছিল। কিন্তু ৰিবকাই য়াকোবক প্ৰেম কৰে, আৰু ইশ্বৰেও য়াকোবক প্ৰেম কৰে, এচৌক কৰা নাই। এচৌ আৰু য়াকোবে ইটে সিটে প্ৰেম কৰে বুলি ভাবা নে?

সিইতে ন কৰে, য়াকোবে কেতিয়াবা কেতিয়াবা এচৌলৈ নিৰ্দয়া ৰূপে আচৰন কৰে। এচৌএও য়াকোবক হিংসা কৰে, আৰু বধিবলৈকো ইচা কৰিলে। এদিনা এচৌএ কলে, মোৰ বোপাই সগতে মৰিব, তেতিয়া মোৰ ভাই য়াকোবক বধ কৰিম।

এচৌএ কেতিয়াবা য়াকোবক বধিব বুলি ৰিবকাই বুজি ভই পাই য়াকোবক মাতি কলে, তোমাৰ ককাই এচৌএ তোমাক মাৰিবলৈ ইচা কৰে, এই কাৰনে তোমাৰ জি মোমাই বহু দুৰৈত আছে, তাৰ তলৈ গৈ থাকা; অলপতে জেতিয়া এচৌএ তাৰ খঙ্গ এৰিব, তেতিয়া মই তোমাক আনিবলৈ মানুহ পঠাম।

য়াকোবে তাৰ মাকৰ বুধি ললে। সি তাৰ বাপেকৰ পৰা বিদাই লৈ জোৱাৰ আগেয়ে ইচাকে তাক আসিৰ্বাদ কৰিলে।

আপোনাক দিবলৈ য়াকোবে তাৰ বাপেকক একো ন খুজিলে; সি আপোনাৰ লগত চাকৰ, বা ছাগ, মেৰ ছাগ আৰু উঠিবলৈ এটা গাধও ন ললে; কেৱল হাতত এডাল লাখুটি লৈ জাত্ৰা কৰিবলৈ ওলাল। য়াকোবৰ বৰ

অসন্তোস হৈছিল, আৰু কঙ্গাল বিদেসি হল। বহু দুখৈত থকা আৰু কেতিয়াও নে দেখা এখান দেসলৈ গৈছে।

তোমোলাকেও জদি পিত্রি মাত্রি এৰি দুখৈ দেসলৈ অকল সৰিয়া হৈ জাব লাগিলে, বৰ অসন্তোস নে পাবা নে?

জাত্রাৰ মাজত ৰাতি সুবলৈ তাৰ তাম্বু ঘৰ নাই; এই কাৰণে জেতিয়া ৰাতি আহিল, সি কেতবিলাক সিল লৈ তাৰে গাৰু কৰি মাটিত পৰি সুই থাকিল। সেই দেসত ভালুক বাঘ কুকুৰ আছিল, কিন্তু ইশ্বৰে তাক সিইতৰ পৰা ৰখ্যা কৰিলে; সি কিমান অসন্তোস পাইছে তাক ইশ্বৰে জানি, অতিসই সান্তনা দিওঁতা সমাজিক তেঁওক দেখুআলে।

য়াকোবে সপোনত বৰ জখলা এটা আকাসলৈকে দেখিলে, ঐশ্বৰ্য্যময়ই দুতবিলাক তাৰ ওপৰত, কেতবিলাক ওপৰলৈ উঠিছে, কেতবিলাক তললৈ নামিছে, আৰু সকলোৰে ওপৰত স্বয়ং পৰম ইশ্বৰকে দেখিলে। তেতিয়া য়াকোবে এটা আকাসি বানি সুনিলে, ইশ্বৰে তাক মাতি কৈছে, মই আব্ৰাহামৰ ইচাকৰো ইশ্বৰ, তুমি জলৈকে জোআ তাতে মই তোমাক ৰখ্যা আৰু পালন কৰিম, আৰু আকও ঘৰলৈ ওভোতাই আনিম। আৰু জি ঠাইত তুমি সুইছা, এই কিনান দেসত তোমাৰ সন্তানবিলাকে বসতি কৰিব।

তেতিয়া য়াকোবে টোপনিৰ পৰা সাৰ পালে, কিন্তু এতিয়া হলে তাৰ মন আনন্দেৰে পুৰ হল, ইশ্বৰে আৰু তেঁওৰ দুতবিলাকে তাক ৰখি আছিলে বুলি সি জানিলে। কেতিয়াও জেন এই সান্তনা কৰোঁতা সমাজিক দেখা ঠাই নে পাহৰিব, এনে ইচা কৰি জি সিলবিলাকক গাৰু কৰিছিল, সেইবিলাক দমাই এটা দল কৰিলে। সি ভাবিলে, ইশ্বৰে অঙ্গিকাৰ কৰাৰ দৰে জেতিয়া মই আকও কিনান দেসলৈ উভতি আহিম, তেতিয়া মই এই ঠাই চিনি পাম। মেৰ পোআলি ন থকাত সি বলি উচৰগিব নোআৰিলে, কিন্তু তাৰ ওপৰত তেল ৰাকি ইশ্বৰলৈ প্রার্থনা কৰি কলে, বোলে, জদি ইশ্বৰে মোক ৰখ্যা কৰে, খাবলৈ আহাৰ, পিন্ধিবলৈ কাপৰ দিএ, আৰু ঘৰলৈ ওভোতাই আনে, তেঁও মোৰ ইশ্বৰ হব, আৰু এই সিল দম তেঁওৰ মন্দিৰ হব।

ইশ্বৰে তাক ৰখ্যা কৰিব আৰু আকও ঘৰলৈ ওভোতাই আনিব বুলি য়াকোবে ঠিককৈ জানিলে।

মোৰ প্রিয় লৰাইত, তোমোলাককো ইশ্বৰে ৰখ্যা কৰে, আৰু স্বৰ্গৰ পৰা দুত পঠাই য়াকোবৰ নিচিনাকৈ তোমাক পৰ দি থাকে। ক.

## ইশ্বৰে আপোনাৰ লোকক ৰখা।

Providence protects the Righteous.

জিবিলাকে ইশ্বৰত ভাৰসা কৰে, তেঁও সেইবিলাকক অৱস্যে ৰখ্যা কৰিব, তাৰ বিসয়ে এক জন লোকৰ কথা কওঁ। প্রাই ৩০ বচৰ হল, জৰ্মানি দেসত একজন ধৰমি মানুহ আছিল। তেঁও কোনো সময়ত বেহা বেপাৰ কৰিবৰ নিমিত্তে তেঁওৰ লগত আপোনাৰ দুজন মিত্রিৰক লৈ আন দেসলৈ গল। এদিন সিবিলাকে ঘোৰ অৰন্যৰ মাজে দি জাব লগা হল; পাচে গধুলি হলত সিবিলাকে সেই ঘোৰ হাবিৰ মাজত এটা সৰু ঘৰ দেখিবলৈ পালে। তাতে সিবিলাকৰ একজনে কলে, হে ভাইবিলাক, এই ঘৰত আমি ৰাতি থকা উচিত ন হই। তাতে ধৰমি মানুহ জনে কলে, মই সুনিচোঁ, এই অৰন্যত সৰহ ডকাইত আছে, কি জানি এই ঘৰ ডকাইত থকা ঠাই, নাইবা এই ঘৰৰ মানুহৰ লগত ডকাইতবিলাক মিল হৈ আছে, তেন্তে আমি এই ঘৰত থকা ভাল ন হই; আৰু গলেও ভই, কিয়নো এই হাবি অতি সৰহ বাট, আৰু জাত্রা কৰিবলৈকো দিনো গল। ধৰমি জনে বুলিলে তুমি জি কথা কৈছা, সেয়ে স্বৰূপ, আৰু আমাৰ উপাই নাই; আহা, ইশ্বৰত ভাৰসা কৰি আমি এই ঘৰলৈ জাওঁ। পাচে সিবিলাকে তিনিও জনে সেই ঘৰলৈ গল; কিন্তু এই ঘৰ বৰ মৈলা, তাৰ মেজ আৰু আসন সকলো ভঙ্গা, ভোজন কৰা পাত্র অতি ঘিন লগা, আৰু সকলো বস্তু লৰবৰ তৰবৰ হৈছে; আৰু জিবিলাক

মানুহ তাত আছিল, সিইতৰ মুখ দেখিবলৈ বৰ ভয়ঙ্কৰ, আৰু কটু বাক্যেৰে পুৰ। ইয়াকে দেখি সিবিলাক বৰকৈ বিয়াকুল হল, কিয়নো ঘৰ দেখিলে, ঘৰ গিৰিৰ স্বভাও বুজা হই। কিন্তু সিইতে খোআৰ পাচে ঘৰ গিৰিত কলে, এই ৰাতি থাকিবলৈ আমাক সৰু খোঁটালি এটা দিয়া। তেতিয়া ঘৰ গিৰিএ সিবিলাকক ওপৰ খোঁটালিলৈ নি এক সৰু খোঁটালি দেখুআই দিলে; সেই খোটালি অতিসই ঘিন লগা, তাত থাকিবলৈ ভাল ন হই, কিন্তু পহু থাকিবলৈহে ভাল। সেই খোঁটালিৰ এক চুকত অলপমান খেৰ আছিল, তাৰ বাহিৰে খাট, নাইবা সোআ ধাৰি, নাইবা চাকিৰ পহৰ একো নাই. ... বাহিৰ হৈ গলত, সেই ধৰমি মানুহে আপোনাৰ লগৰ দুই মিতিৰত কলে, বোলে. আমি আপদত পৰিলো, কিয়নো এই ঘৰত বৰ ভই আচে, এই ঘৰৰ মানুহ ভাল ন হই, কিয়নো এইবিলাক ডকাইত মানুহ। তেতিয়া সিবিলাকে দুআৰ জাপ দি মাৰিলে।

সেই ধৰমি মানুহৰ মিতিৰ দুজন অতি ভাগৰ হোআ হেতুকে সেই খেৰৰ ওপৰত সুই নিদ্রা গল। ধৰমি জনে সোআৰ আগেএ সৰ্বসক্তিমান পৰম ইশ্বৰৰ আগত আঁঠু পাৰি প্রার্থনা কৰি কলে, হে পৰম ইশ্বৰ, এই ঘোৰ সঙ্কটত আমাক ৰখ্যা কৰা, আপুনি আমাক ৰখ্যা কৰিলে, কোনোএ আমাক হিংসা কৰিব নোআৰে। এই কথা কৈ আপোনাৰ দুই মিতিৰৰ ওচৰত সুবলৈ গল, কিন্তু তাৰ নিদ্রা ন হল। দুপৰৰ সময়ত ধৰমি জনে অনেক মানুহৰ সবদ সুনিলে, সিইতে তলৰ খোঁটালিত সোমাই সুৰা পান খাই অতিসই হাই কৰিব ধৰিলে। তেতিয়া ধৰমি জনে বুজিলে, ইবিলাক জাত্রিক লোক ন হই, ইইত ডকাইত মানুহ, ইয়াত কোনো সংসই নাই। তেতিয়া সি উঠি আকও আঁঠু পাৰি প্রার্থনা কৰি কলে, হে পৰম ইশ্বৰ, এই ঠাইত থকা ডকাইতবিলাকৰ হাতত পৰি মৰিবলৈ দিয়াত উত্তম জদি হই, তেন্তে তোমাৰ ইচ্চা; মই মহা পাপি, আৰু নষ্ট হবৰেহে জোগ্য হঁও; তেও আপুনি মোক ৰাখ্যা কৰোক, মোক মৰকত নে পেলাওক; এই কথা কৈ সি নির্ভই আৰু সিংহৰ বিচিনা মন হিয়াল হল। পাচে সি ভাবিলে, এই ঠাইত আৰু দুজন আচে, সিবিলাকক ৰখ্যা কৰোক। তেতিয়া সি সিইতক মাতি কলে, উঠা, উঠা, হে ভাইবিলাক, এতিয়া সোআৰ সময় ন হই, এতিয়া জগি থকা উচিত; কিয়নো ডকাইতবিলাক আহিচে।

অলপৰ পাচত ডকাইতবিলাক খৰলাৰ ওপৰে উঠি অহাৰ সবদ সুনিলে, আৰু ঘৰৰ অধিকাৰে দুআৰৰ ওচৰত থিয় হৈ, দুআৰ মেলিবলৈ উপাই কৰিলে, কিন্তু ভিতৰে জাপ দি মৰাৰ নিমিত্তে দুআৰ মেলিব নোআৰিলে। পাচে সি নির্দয়া ৰূপে গালি আৰু সাও দি বিৰিঙিয়াই কলে, হেৰ, দুআৰ মেলি দে। ধৰমি জনে তাক উত্তৰ দি কলে, ৰাতি নৌ পুৱাই, ৰাতি নু পুৱালে আমি দুআৰ মেলি নি দিঁও। এই কথা সুনি ঘৰৰ অধিকাৰ আৰু তাৰ লগৰ ডকাইতবিলাক দুআৰ মেলিবলৈ অনেক উপাই কৰিলে, কিন্তু সেই তিনি জনে পৰম ইশ্বৰৰ পৰা সক্তি পাই দুআৰ হেঁচি ধৰিলে, জে ডকাইতবিলাকে মেলিব নোআৰিলে। তাতে ঘৰৰ অধিকাৰে বলিয়াৰ দৰে খঙ হৈ বিৰিঙিয়াই কলে, কুঠাৰ আন, দুআৰ ভাঙি পেলাই এই তিনি জন মানুহক ভালকৈ সিকাঁও। সিইতৰ একজনে কুঠাৰ আনিবলৈ গলত ধৰমি জনে আপোনাৰ দু জন মিতিৰত কলে, আমাৰ এতিয়া একো উপাই নাই, আমাৰ মৰনৰ সময় পালেহি। পাচে তেঁও পৰম ইশ্বৰক আকও সুঁৱৰি কলে, হে প্রভু, আমাক ৰখ্যা কৰা, কিন্তু আমাৰ ইচাৰ দৰে ন হই, আপোনাৰ ইচাৰ দৰে হওক। জি জনে কুঠাৰ আনিবলৈ গৈছিল, সি কুঠাৰ লৈ ওপৰলৈ আহিছিল, তাত ঘৰৰ অধিকাৰে তাক কুঠাৰ অনা দেখি, কলে, ভাল হৈছে, লৈ আহ। এনে সময়তে বাহিৰৰ হাবিৰ মাজত অকস্মাত বিগুল আৰু বাঁহিৰ সবদ সুনিলে; ইয়াকে সুনা মাত্রকে ডকাইত সকলে ভই পাই আৰ দুআৰে নামি পলাই গুচি গল। জিবিলাকে হাবিৰ

মানত যৌয়াত তাঁই আহি ওচৰ পালেহি, সি-বিলাকে এই ঘোৰ অৱস্থা বাট হেৰুৱাই বাতি সেই হাবিৰ মাজে যি যাত্ৰা কৰিছিল । পাচে বাতি পুৱালত সেই তিনি জন পৰম ইশ্বৰক স্তুতি কৰি সেই ঘৰৰ পৰা ওলাই গুচি গল ।

হে মোৰ প্ৰিয় লোক, তোমোলাকে জি কথা সুনিচা, তাক তোমোলাকে আপোন আপোন মনত গমি দেখা, পৰম ইশ্বৰে জি ৰূপে সেই মানুহবিলাকক ইমান আপদৰ পৰা উধাৰ কৰিলে, সেই ৰূপে তোমোলাকক উধাৰ কৰিব, জদি তোমোলাকে তেঁওত বিস্বাস কৰা । আমাৰ বিস্বাসেই সাৰ, কিয়নো আমাৰ বিসয়ত বিস্বাস ন হলে আমাৰ সকলো বিফল । সেই মানুহবিলাকৰ দৰে কেৱল এই জগতৰ সঙ্কটত তৰিব, এনে ন হই, কিন্তু জিবিলাকে তেঁওত বিস্বাস ৰাখে, সিবিলাকক পৰকালত অনন্ত ঘোৰ নৰকৰ, জাতনাৰ পৰাও ৰখ্যা কৰিব । চ. অ. ক.

---

## কেমতাই পহু ধৰা কথা ।

...ngolin —Manis Brachyura—killed at Sibsagor.

২৮ জুন তাৰিখত ওঁৰিকাৰ দাঁতিত মানুহে হাবি কাটি পথাৰ ওলিয়াওতে এটা কেমতাই পহু ধৰি মাৰিলে । তাৰ দিঘল প্ৰায়ে দুই হাত; বেৰে কুকুৰৰ সমান । তাৰ বাকলি অতি কঠিন, দা জাটি নো সোমাই, বৌ মাচৰ নিচিনা । তাৰ জিবা মুখৰ পৰা এবেগত মান ওলাই; তাৰে সৈতে উঁই পৰুআ আদি খাই । আপোনাক ৰাখিবৰ নিমিত্তে তাৰ বাকলিৰ বাহিৰে একো অস্ত্ৰ নাই; সত্ৰু আহিলে সি একে বেলিএ মুৰ বুকুত সুমাই নেজলৈকে মুৰা খাই, গোল হৈ থাকে । পেটত বাকলি নাই । কোনোএ ঔসধলৈ তাৰ বাকলি বিচাৰে । ১৮৪৩ সনৰ জুন মাহৰ অৰুণোদইত গুআহাটিত ধৰা এনে এটা জন্তুৰ বিবৰন দিয়া হৈচে ।

আফ্ৰিকাৰ দখিন ফালে সেই জন্তু থাকে; কিন্তু তাৰ নিবাসি লোকে তাক আপদ মানি হিংসা কৰি মাৰি জুইত পোৰে, এই ৰূপে সেই দেসত সি প্ৰায়ে চুকাল । আৰু দিঘল নেজিয়া এবিধ কেমতাই আফ্ৰিকাত পোৱা জাই; তাৰ গা দিঘলে ১।। হাত, নেজ তাল ২ হাত মান ।



The Short—tailed Manis.

---

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

৪ জুলাই তাৰিখে বজাৰ সৰাধলৈ জাঁওতে তোগাদৈত নাও বুৰি অনেক মানুহ মৰিল । মালৌ কলিয়নিত সিবিলাকৰ মৰা স বামুন তিনটা, সুদিৰ দুটা, গনক দুটা, এই খিনি পাইচে; নো পোআও আচে ।

নিবিদ নামে জি এখন জাহাজ ১৪ মেই তাৰিখত হুগুলি মুখত ধুমুহাই ভাঙিলে, তাৰ তিনি মানুহে ক্ৰমেৰে ৰাম পালেগৈ; কিন্তু হাবি ঠাই হোআত খাবলৈ একো নাই, তাতে সিইতৰ এটা মৰাত সেস থকা দুটাই ৰাখ্যসৰ ৰূপে ৮ দিনলৈকে তাৰ মঙ্গহ খাই প্ৰান ৰাখিলে ।

দিলিৰ ওচৰত বৈতুল নগৰত থকা ভেবিদচন ডক্তৰ চাহাবৰ ঘৰত কোনোএ বাতি সোমাই তেঁওৰ মাক, পুতেক ২ টা, জিএক দুজনি, সকলোকে বধ কৰিলে ।

গুআহাটিৰ পৰা ভেমচ নামে ভাপ জাহাজ উজাই ১৭ জুলাই তাৰিখত দিবুৰু গৰ পালে । তাতে দিন চাৰেক থাকি ভটিয়াই গল । পানি টেঙ্গা চক্ৰ এটা ভাগিল বুলি সুনিচো ।

৭ জুলাই তাৰিখৰ পৰা দিখৌৰ পানি বাঢ়ি ক্ৰমে আহি ডুবাই তাৰি জিলাত সোমাল; ১২ তাৰিখত বল । তাৰ পৰা দিচাঙে ক্ৰমে বাঢ়ি ২৩ তাৰিখত প্ৰাই গোটেই খন জিলা তল কৰিলে । পুখুৰিৰ চাৰিও ফালৰ আলি তল গল; ঠায়ে ঠায়ে বুকুআ মুৰিয়া হৈচিল; দখিনে অলপ মাখোন ওলাই আচিল । দখিন পচিম চুকৰ আলিৰ বাম ঠাই

জোখৰত পানি এমুঠন; পূব দখিন চুকে একেগত; পূব উত্তৰ চুকে ২॥ আৰ্হি হাত; পচিম উত্তৰ চুকেও সেইমান দ হৈছিল। তেতিয়া দলৰ মুখৰ পৰা জোআ আলিৰ ওপৰত পানি বৰ সোঁত আহূতকৈ ওপৰ দ হৈ গৈছিল; ধানাৰ পূব কালে ঔ গুৰিলৈকে সেই আলি বুৰিছিল। ২২ তাৰিখত ধাই আলিৰ পূব কালে পচিমতকৈ পানি জেৰ হাত ওখ; তাতে ধাই আলিৰ ওপৰে ঠায়ে ঠায়ে পানি হুৰ হুৰাই বৰ বেগেৰে বাগৰি বাগৰি পচিমলৈ গৈ আছিল। ১৮৪৬ সঁকৰ জুলাইৰ ১২।১৩ তাৰিখত জি বৰ চল হৈছিল, এই বাৰৰ সঁকৰ চল তাতকৈও এমুঠন ওখ। বুঢ়া মানুহবিলাকে কই, পূৰ্ণানন্দ বুঢ়া গোহাঁই দিনত ১৮১১ ইং সঁকত বঙ্গা বাঙ্গলি নামে বৰ চল এটা আহি দ জুটিএ হাবিৰ বনৰিয়া জন্তু আৰু গৰু চুকুআলে। আৰু তাৰ ওপৰে গৌৰিনাথৰ দিনত বাৰ সঁক ১৭০৮, ইং সঁক ১৭৬৬ সময়ত সঁকা সাকিনি নামে আটাইতকৈ বৰ চল আগ পাচকৈ এজোৰ আহিল। কিন্তু সেই কালৰ পানিৰ জোখ কোনো বুৰঞ্জিত পোআ ন গল। তন মোচাই ফুকনে কৈছে, তেতিয়া ৰঙ্গপুৰ নগৰৰ কাৰেঙৰ বৰ জখলাৰ ৫ খাপ তল গৈছিল, ৪ খাপ আছিল।

১৯ মেই তাৰিখত কমদোৰ লাম্বৰ্ত আৰু জেনৰল গদৱিন সেনাপতিএ ৫ খন জাহাজ আৰু ১০০০ সেনা লগত লৈ বাচিন নদিএ উজাই বাচিন নগৰ পাই কোঁঠ আৰু দলবিলাক জিনি ললে। কম্পানিৰ ৩ টা মানুহ মৰিল, ৩১ জন খুন হল; মানৰ হলে ৮০০ মান মৰিল; যুধ কৰা মান সেনাৰ সংখ্যা ৭০০০। পাচে সেই নগৰ ৰাখিবলৈ গেৰাজ থৈ সেনাপতিবিলাকে ৰাংগুনলৈ উভতি গল। সেই নগৰ লওতে ৫৪ বৰ টোপ, আৰু গঁঠিয়া জুমুৰি ৩২ টা পালে।

২৬ মেই তাৰিখত পুআৰ ৬ বজাত ২০০০ মানে মাৰ্ত্তবান নগৰ আৰুও লবলৈ আক্ৰমন কৰি ২ ঘণ্টা মানলৈ যুধ কৰিলে; কিন্তু বৰ টোপৰ অধিভ্ৰিষ্টিৰ কাৰণে নোআৰি তালেমান হানি হৈ হুহকি গল। ৩ টা চিপাহিক সিইতে মাৰিলে; সিবিলাকৰ এটাৰ মুৰ মানে কাটি নিলে; খুন হোআ চিপাহি ১১ জন মাথোন।

তালাইন নামে মান দেসৰ আদিবাসি লোকক মানে দখল কৰি বৰ দুখ দিয়াত সিইতে ইংৰাজিক অহা দেখি, আমি ৰখ্যা পাম বুলি বৰ ৰঙ্গ পাই, আৰু সিইতে আপুনি কোনো কোনো ঠাইত মানক খেদিবলৈ যুধ কৰে; কিন্তু সিবিলাকৰ কোনো পৰিয়াল মানৰ হাতত পৰিলে বৰ সাস্তি দিএ; মাকৰ হাতৰ পৰা কেচুআ লৰা লৈ জাঠিৰ আগত চোপ খেলে, আৰু সৈএকক ঘৈনিএকৰ আগত তোখৰ জোখৰকৈ কাটি সাস্তি কৰি মাৰে। পেগু নামে তালাইনৰ ৰাজ নগৰৰ পৰা কম্পানিএ মানক এবাৰ যদি খেদাই আমি ৰাখিব পাৰিম, তালাইনে এই নিবেদন কৰাত প্ৰধান সেনাপতি চাহাবে সেই নগৰলৈ ফৌজ পঠাই মানক খেদাই তালাইনৰ হাতত নগৰ সোধাই দিলে; কিন্তু চিপাহি জোআৰ পাচে মানে আৰুও আহি যুধ ধৰাত তালাইনে বৰ নোআৰি পৰাস্ত হৈ ভাগিল।

প্ৰচৰ্পাইন ভাপ জাহাজেৰে ঐৰাৱতি নদিৰ মহলা লবলৈ প্ৰোম নগৰৰ ওচৰলৈকে উজাই গৈছে। বাটত জাঁওতে আৱা ৰাজ নগৰলৈ জোআ চাউলেৰে ভৰোআ এস খন মান নাও পাই তাক মানৰ ফৌজৰ নিমিত্তে নিয়া বুলি নাওবোৰ ধৰি চাউল কাঢ়ি ললে।

ৰাংগুন নগৰত মান আৰু তালাইন লোক গোট খাই কম্পানিত আস্ৰই লৈ তাৰৰ নতুন নগৰ পাতিছে; এতিয়া তাত নিবাসিৰ সংখ্যা ৫০,০০০।

চটগাঁৱৰ পৰা মগৰ আকিয়াব নগৰলৈ ৰাজ আলি বান্ধি জাঁওতাৰ হুকুম দিছে।

কাব্বাৰ দেসৰ অধিকাৰবিলাকে হিৰাট নগৰলৈ ফৌজ পঠাই যুধ ধৰিলে; কিন্তু জিনিব নোআৰিলে। হিৰাটৰ ফৌজ ১২,০০০। আঠ ঘণ্টা মান যুধ কৰি আছিল, আৰু দুই কালৰ প্ৰাই ২০০০ মানুহ মৰিল।

ওপৰ হিন্দুস্থানৰ পৰ্বতিয়া জাতিবোৰে তকা দি মানুহ বধ কৰাত চেৰ কৰ্ণিল কেম্বেল চাহাবে ফৌজে সৈতে গৈ স্বাত নদিৰ ওচৰত গোৰ্কা আদি সক্ৰবিলাকৰ ফৌজ লগ পাই যুধ কৰি সিইতক জিনিলে । সিইতৰ মৰাস সংখ্যা ১৫০, খুন হোআ ৩০০ ; কম্পানিৰ খুন হোআ মৰা এস মাখোন ।

ক্রিস্নগৰত থকা এজন পাদুৰি চাহাবৰ ভনিএকে সিকোআ পৰ্হোআ চোআলি দুজনিক লগত লৈ বাটত জাওতে এটা সাপে বননিৰ পৰা ওলাই সেই মেমৰ হাতত মেৰাই ধৰিলে, কিন্তু তেঁও হাত জোকাৰ মাৰি পেলালে : তাতে সাপে চোআলি দুয়ো জনিক খোঁট মাৰি কামুৰিলে, অলপৰ পাচে দুয়ো মৰিল ।

ৰবৰ্ত্ত বোৱন নামে এখান আমেৰিকান জাহাজে খেহ কুলি ৪১০ জন লোকক তুলি লৈ মাৰ্চ ২১ তাৰিখত আমই নগৰ এৰি কালিফৰ্নিয়ালৈ জাওতে ১০ দিনৰ বাট গলত খেহবিলাকে আলচ কৰি দ্ৰোহ পাতি কাপ্তান চাহাব আৰু তেঁওৰ সহাই দুজন, জাহাজৰ বনুআ ৭ জনক বধ কৰিলে; ১২ জন বনুআ মস্তুলবিলাকৰ ওপৰলৈ উঠাত সিইতৰ প্রান ৰখ্যা পৰিল । পাচে খেহবোৰে সিইতক নামিবলৈ মাতিলে; আৰু ফৰ্মোচা দিপলৈ ৪ দিনৰ মুৰত জদি জাহাজ পোআব পাৰ, তইতক ৰাখিম, নে পা জদি তইতক কাটিম, ইয়াকে কলে । পাচে সিইতে নামি জাহাজ চলাই জোআত চতুৰ্থ দিনত মাজিকচান্দ মাজুলি পালে । পাচে খেহে ২৩ জনক জাহাজ ৰাখিবলৈ থৈ আটাইবোৰ বামলৈ উঠি গল । পাচ দিনা খেহবিলাকে জাহাজি বনুআবোৰক মাৰিবলৈ আলচাত বনুআবোৰে তাৰ গম পাই সৰু নাও মনে মনে নমাই দুজন মাখোন উঠিলত খেহে দেখি সিইতৰ আসই বুজ পোআত সেই দুজনে বেগাই লেজু কাটি নাও মেলি গুচি গল । পাচ দিনা জি ১০ জন বনুআ জাহাজত থাকিল, সিবিলাকে উঠি খেহবোৰক আক্রমন কৰি জিনি বান্ধি থলে । পাচে জাহাজ মেলি ১৮ এপ্রিলত আমই নগৰ আকও পালেগৈ । সি দুজন দিন চাৰেক ফুৰি ফুৰি থকাত এক জাহাজে সিইতক দেখা পাই তুলি ললে । সেই খেহ কুলিবিলাকে কি কাৰনে দ্রোহ পাতিলে তাক ৰবৰৈ নু বুজে, আম্দাজে জাহাজত থকা ধন পাবৰ নিমিত্তেহে কৰিলে ।



মান দেসৰ ভদ্ৰ লোকৰ তিৰোতাৰ নকসা ।

## আগষ্ট, অৰ্থাত ভাদৰ পঞ্জিকা ।

Almanac for August, A. D. 1852, Bal. Sac 1774 .

| আগষ্ট | শাওন | বাৰ | তিথি | দিনমান | আগষ্ট | ভাদ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ১ | ১৬ | ১৩।১৬ | ১৭ | ৩ | ৩ | ২ | ১২।৫৬ |
| ২ | ১৯ | ২ | ১৭ | ১৩।১৫ | ১৮ | ৪ | ৪ | ৩ | ১২।৫৪ |
| ৩ | ২০ | ৩ | ১৮ | ১৩।১৪ | ১৯ | ৫ | ৫ | ৪ | ১২।৫৩ |
| ৪ | ২১ | ৪ | ১৯ | ১৩।১৩ | ২০ | ৬ | ৬ | ৫ | ১২।৫২ |
| ৫ | ২২ | ৫ | ২০ | ১৩।১২ | ২১ | ৭ | ৭ | ৬ | ১২।৫০ |
| ৬ | ২৩ | ৬ | ২১ | ১৩।১০ | | | | | |
| ৭ | ২৪ | ৭ | ২২ | ১৩।৯ | ২২ | ৮ | ১ | ৮ | ১২।৪৯ |
| | | | | | ২৩ | ৯ | ২ | ৯ | ১২।৪৮ |
| ৮ | ২৫ | ১ | ২৩ | ১৩।৮ | ২৪ | ১০ | ৩ | ১০ | ১২।৪৬ |
| ৯ | ২৬ | ২ | ২৪ | ১৩।৭ | ২৫ | ১১ | ৪ | ১১ | ১২।৪৫ |
| ১০ | ২৭ | ৩ | ২৫ | ১৩।৫ | ২৬ | ১২ | ৫ | ১২ | ১২।৪৪ |
| ১১ | ২৮ | ৪ | ২৬ | ১৩।৪ | ২৭ | ১৩ | ৬ | ১৩ | ১২।৪২ |
| ১২ | ২৯ | ৫ | ২৭ | ১৩।২ | ২৮ | ১৪ | ৭ | ১৪ | ১২।৪০ |
| ১৩ | ৩০ | ৬ | ২৮ | ১৩।১ | | | | | |
| ১৪ | ৩১ | ৭ | ২৯ | ১৩।০ | ২৯ | ১৫ | ১ | ১৫ | ১২।৩৯ |
| | | | | | ৩০ | ১৬ | ২ | ১৬ | ১২।৩৮ |
| ১৫ | ১ | ১ | ৩০ | ১২।৫৮ | ৩১ | ১৭ | ৩ | ১৭ | ১২।৩৬ |
| ১৬ | ২ | ২ | ১ | ১২।৫৭ | | | | | |

**THE ORUNUDOI,**
***Printed and Published by*** **O. T. CUTTER,** ***at the Sibsagor Mission Press.*** **—N. BROWN,** ***Editor.***

# অৰুনোদই

৭ বচৰ। মোং সিৱসাগৰ, আগষ্ট, ১৮৫২ ! নম্বৰ ৮।

VOL. VII. SIBSAGOR, ASAM, AUGUST, 1852. NO. 8.

## হিন্দুস্থানৰ বিবৰন।

Geography of Hindustan.

ভাৰত বৰ্ষ অৰ্থাত হিন্দুস্থান অতি ডাঙ্গৰ দেস। এই দেসৰ লোক আগৰ কালৰে পৰা সভ্য, গিয়ানি আৰু ধনৱন্ত। প্ৰিথিবিৰ এই ভোখৰ ভাল দেস, সকলো ধান আদি গুটিৰে পুৰ হই। মাটি প্ৰায়ে ভয়াম, খেতি কৰিবলৈ সুন্দৰ। হিন্দুস্থান ইংলণ্ডৰ কৰতলিয়া, আৰু তাক ৩। ৫ খণ্ড কৰি ভাগে ভাগে ৰখা হৈছে। প্ৰথম ভাগ বঙ্গাল, বেহাৰ, চিলট, আচাম। দুতিয়



বাবৰৰ পুতেক হুমায়ুন বাদস্যাৰ নকচা।

The Mogul Emperor Humayun.



হুমায়ুনৰ পুতেক আকবৰ বাদস্যাৰ নকচা।

The Emperor Akbar, son of Humayun.

ভাগ মাদ্ৰাজ, তাঞ্জোৰ, মাইচৰ, বিজইপুৰ। ত্ৰিতিয় ভাগ বম্বাই। চতুৰ্থ ভাগ আগ্ৰা, দিলি, এলাহাবাদ। তাত বাজে পচিম ফালে সিন্দ আৰু বেলুচিস্থান দখল কৰা হৈছে; উত্তৰ ফালে লাহোৰ বা পঞ্জাব, পুব ফালে মগ আৰু মান দেস এতোপৰ। হিন্দুস্থান দেসত ১২ লাখ মান বগ মাইলৰ মাটি ইঙ্গলণ্ডৰ কৰতলিয়া; ইয়াৰ নিবাসি লোক আন্দাজে ১২ কোটি মান হৈছে।

পৃথিৱিৰ সকলো পৰ্বতৰ মাজত হিমালই পৰ্ব্বত ওখ ডাঙৰ; পুবা পচিমা সাৰিকৈ পাৰ হৈছে; খাপে খাপে গুৰিৰ পৰা টিঙ্গলৈ ক্ৰমেৰে মেঘলৈকে উঠে; ওপৰ ভোখৰ সৰ্বদাই হিম পৰি নো জোআৰ্ক তাৰে বগা হৈ ঢকা হৈছে। চৌমালাৰি টিঙ্গ ১১,০০০ হাত ওখ হৈছে; ধৱলগিৰি আৰু আন কোনো টিঙ্গ ১৮,০০০ হাত হৈছে। হিমালইৰ উত্তৰে মেৰু নামে স্বৰগলৈকে উঠি জোআ এটা পৰ্বত আছে বুলি হিন্দু লোকে কই; কিন্তু সেই কথা স্বৰূপ ন হই; আকাসত লাগি থকা পৰ্বত কতো নাই।

হিমালই পৰ্বতৰ পৰা অনেক ডাঙৰ নদি বৈ আহিছে; তাৰ মাজতে গঙ্গা আৰু বৰ্হ্মপুত্ৰ প্ৰধান; আৰু পচিম ফালে সিন্দ নদি দুই মুখে দি সাগৰত পৰে। হিন্দু মতে গঙ্গা সকলো নদিতকৈ পবিত্ৰ; তাৰ পাৰৰ অনেক তিৰ্থ আছে। তিৰ্থত স্নান কৰিলে পাপ গুচে নিস্তাৰ পাই, ইয়াকে কই। তাত পৰি মিলি অন্য অনেক প্ৰধান নদিও আছে; সিবিলাকৰ নাম জমুনা, গোগৰা, গণ্ডকি, কোসা। গণ্ডকি নৈত সালগ্ৰাম উত্পন হই। বৰ্হ্মপুত্ৰ নদ পুব ফালৰ পৰ্বতৰ পৰা আহে; তাৰ আগালিত ব্ৰহ্মকুণ্ড নামে এটা বৰ ভুৰি আছে। তাতে বৰ্হ্মপুত্ৰ থিয় পৰ্বতৰ পৰা ধাৰা হৈ পৰিছে। পৰসুৰামে কাটি আনিলে, পণ্ডিতে কই। সাগৰৰ ওচৰ পাই গঙ্গা আৰু বৰ্হ্মপুত্ৰ মিল হৈ জালৰ নিচিনাকৈ বিয়াপি অনেক ধাৰা হৈ পৰিছে সেই ঠাইক সুন্দৰবন বোলে; কিন্তু সি বৰ হাবি, জৰ নৰিয়া পৰা ঠাই; সেই কাৰনে ডকাইতৰ বাহিৰে তাত প্ৰায়ে মানুহ নাই। সেই সুঁতিবিলাক ভৰকুৱা, তাৰ কাৰনে জাহাজকৈ জাব নোআৰি; কিন্তু হুগালি নামে পচিম সুঁতি দ আৰু বহল; সেইটে দি জাহাজ সোমাই কলিকতা নগৰলৈ উজাই আহে। কলিকতাৰ পৰা অচমলৈ জাত্ৰা কৰোঁতে কেতিয়াবা হুগলিএ আহে, কেতিয়াবা সুন্দৰবনে দি আহে। ১০।৮ দিনৰ মুৰত পদ্মা গঙ্গা পাই তাতে কিছু ভটিয়াই বৰ্হ্মপুত্ৰত সোমাই উজাই আহে। হিন্দুস্থানৰ দখিন ফালে নৰ্মদা, গোদাবৰি, ক্ৰিস্না, কাবেৰি, এই সকলো নদি আছে। নদিৰ দোআৰাই দেস সাৰুআ হোআত অনেক দ্ৰব্য উত্পন হই। কিন্তু পচিম ফালৰ ঠায়ে ঠায়ে বৰ বালি, ফুৰোঁতে আঁঠু মানলৈকে সোমাই জাই। আৰু ওখ ঠাইবিলাকতো হাবি জংঘল নহৈ হোআত ভালেমান ভুমি সুদাই থাকে।

আন দেসত জেনেকৈ বৰ নাঙ্গলেৰে এবেগত মান দকৈ মাটি বাই চাহ কৰে, এই দেসত সেই দৰে ন কৰি সৰু নাঙ্গলেৰে ৪ আঙ্গুল মান দকৈ ৩।৪ বেলি বাই, পাচে মৈয়াই বোকা কৰে, অতে ধান বোআত সহ ভাল হই। আন দেসত ঘেহু আদি ধানকে নো বোএ, বোকাও ন কৰি একে বেলিএ পইৰাকৈ বৈ দিএ। এই দেসত ধান ফলে, পঁচিচ গুন মান সহ হই। ধানত বাজে কপাহ, মুগা, পাট, মেজাঙ্কৰি, কুঁহিয়াৰ, মাহ, সৰিয়হ, ধপাত, আফু, নিল, চাঁমোল, পান, নাৰিকল, খাজুৰ, তেঁতেলি, আলু, কচু আদি কৰি অনেক বিধ বস্তু আজে।

গচবিলাকৰ মাজত বৰ, সাল, চাম, সলখ, নাহৰ, আঁহত, জৰি, হোলোঙ্গ, সাঁচি, বঙ্গা চন্দন, পদ্ম, উৰি, সৰল, কবৈ, চঁপা, এইবিলাক সুকাঠি আছে। নৰ্মদা নৈৰ পাৰত থকা এজোপা বৰ গচ ৪০০ হাত বহললৈকে জুৰিছে; তাৰ তলত ৭০০০ মান মানুহ কেতিয়াবা গোট খাই চাঁ লই।

হিন্দুস্থান দেসত প্ৰাই কপাহি কাপৰ কৰে; আগেএ তাক ইউৰপত বেচোগৈ, এতিয়া হলে ইউৰপিয়াবিলাকে আপুনি কৰাত লোকৰ পৰা নি কিনে। মুগা পাট আদি কৰি কিছু বেচে;

উত্তৰ কালে চাপ, মেৰ চাগৰ নোমেৰে অলপ-
কৈ কাপৰ বই ।

হিৰা আদি কৰি পানা মুকুতা বহুত পোআ
জাই, আৰু আন দেসবিলাকতকৈ উত্তম; ব্ৰা-
জিল দেসত এইবিলাকতকৈ বৰ বৰ হিৰা
পোআ জাই, কিন্তু এইমান সুন্দৰ জিলিকা ন
হই । গলখণ্ডা পৰ্বতৰ হিৰা থকা গাতত আ-
গৈএ ৩০০০ মানুহে সদাই খানি থাকে, এতি-
য়া অলপ মানুহে খানে ।

নৈৰ বালিত সোন ওলাই; তাক ধুই ধুই
সোন গোটাই, কিন্তু আন দেসৰ দৰে সৰহকৈ
নে পাই । লো, তাম, পিতল, সিহ, ৰাঙ্গ, সেন্ধু,
এইবিলাক সৰহকৈ পোআ জাই ।

হিন্দুস্থান অতি পুৰনি দেস; খ্ৰিষ্টৰ আ-
গৈএ পচিমৰে পৰা দাৰিও, চিকন্দৰ আদি
কেতবিলাক ৰজা আহি এই দেস দখল কৰিব
খুইচিল; কিন্তু সিবিলাকৰ ৰাজ ভোগ ইয়াত
অনেক দিন ন হই ।

খ্ৰিষ্টৰ এহেজাৰ মান বচৰৰ পাচে গজনিনৰ
বাদস্যা মহমদে হিন্দুবিলাকৰ ৰজাক জুধ কৰি
জিনিলে; তাৰ পৰা মচলমান ৰজাবিলাক পৰা-
ক্ৰমি হৈ কম্পানিৰ দিনলৈকে হিন্দুবিলাকক তল-
পিয়া কৰিলে । গজনিনৰ বাদস্যাবিলাক ১১৯১
সঁকলৈকে আচিল; পাচে ৩৫০ বচৰ মানলৈ
পাঠান আফগান ৰজা সকলে ভোগ কৰিলে ।
১৫৫৩ সঁকত তিমুৰৰ বঙ্গহ আকবৰ মহা বাদ-
স্যাই সিংহাসনত উঠি ৫০ বচৰ মান ৰাজ ভোগ
কৰিলে । তেঁওৰ আৰু বাপেক হুমায়ুনৰ নক-
চা ওপৰত লিখা আচে । আকবৰ বাদস্যা ১২
বচৰ হোআত ৰজা হল; তেঁও আনবিলাকতকৈ
ধৰমি আৰু ৰাজ্যৰ হিত চিন্তা আচিল । চি-
লিম নামে তেঁওৰ পুতেকে এজনি সুন্দৰি চো-
আলিক দেখা পাই মন গৈ আনিব খুজিচিল;
কিন্তু সেই চোআলি স্যেৰ খাঁ নামে এজন সেনা-
পতিক দিয়া হোআত বাপেক আকবৰে চিলিমক
আনিব নি দিলে । পাচে আকবৰ মিতু্য হলত
চিলিমে সিংহাসনত উঠি জেহাংগিৰ নাম লৈ
ৰাজ ভোগ কৰিলে । সেই তিৰোতাক পাবৰ
নমিত্তে তেঁও সেনাপতিবিলাকক দিলিৰ পৰা



নুৰ জেহান মহা ৰানিৰ মৈদামৰ বৰ মঠ ।

The Taj Mohal, or Tomb of Nur Jehan.

বঙ্গাল দেসলৈ স্যেৰ খাঁক মাৰি তাৰ তিৰোতাক
আনিবৰ নিমিত্তে পঠালে । সেই ৰূপে পৈএকক
মাৰি তিৰোতাক আনি নুৰ জেহান, অৰ্থাত জগ-
তৰ প্ৰকাস, এই নামেৰে তাইক মহা ৰানি
পাতিলে । তাইৰ মৰ্জতাৰ নিমিত্তে আগ্ৰা নগ-
ৰত বগা সিলেৰে সজা এটা বৰ মঠ আচে;
তাৰ নাম তাজ মেহাল, আৰু তাৰ নকচাও
ওপৰত লিখা আচে । জেহাংগিৰ বাদস্যা
মৰিলত তেঁওৰ পুতেক স্যা জেহান ৰজা হল ।
১৬৫৭ সকত স্যা জেহান ৰজা নৰিয়া পৰাত,
দাৰা, চুজা, মৰাদ, আওৰংজেব, এই চাৰিটা
পুতেকৰ ৰাজ্য পাবৰ নিমিত্তে দন্দ লাগি আও-
ৰংজেবে দুজন ভায়েকক বধ কৰি চুজাক বন
কৰি খেদাই আৰু বাপেকক কইদ কৰি থৈ
আপুনি ৰজা হল । তেঁও হিন্দুস্থানৰ সকলো
ৰজাৰ মাজত ডাঙ্গৰ আৰু পৰাক্ৰমি; ভালেমান
দেসক দখল কৰিলে; অচম দেসকো লবলৈ
মিৰ জুমলা নামে আপোনাৰ প্ৰধান সেনাপ-
তি নেবাবক ১৬৬২ সঁকত ইয়ালৈ পঠাই
ৰন কৰাইচিল । আওৰংজেবৰ ৰাজ্যৰ লোক
প্ৰাই ৮,০০,০০,০০০ মানুহ; মুঠ খাজানা
বচৰি ৩২,০০,০০,০০০ টকা মান আচিল ।

১৪৯৮ ইং সঁকত পর্ত্তুগালৰ লোকে প্ৰথমতে হিন্দুস্থান দেস পালে। ১৬৩৪ সঁকত ইঙ্গৰাজিৰ প্ৰথম জাহাজ আহি পালেহি। ক্ৰমে ক্ৰমে ইঙ্গৰাজি সক্তিমন্ত হৈ দেস খন দখল কৰিলে।

বঙ্গাল দেসত থকা লোকে প্ৰায়ে ভাত, সাক, মাচৰ বাহিৰে আন আহাৰ নে খাই। সিবিলাক ঘাম আৰু চাপৰ ঠাইত থকা হেতুকে পৰ্ব্বতিয়া আৰু ঢেঁচা ঠাইত থকা লোকৰ সমান বলি ন হই। ভাসা বেলেগ বেলেগ; হিন্দুস্থানি, বঙ্গালি, এই দুই ভাসা সৰহ ভাগে কই। পৰ্ব্বতিয়া লোকৰ ভালেমান মোআন আছে।

বঙ্গাল দেসত গৌৰ অতি পুৰনি ডাঙ্গৰ নগৰ আছিল; আগৰ কালত গঙ্গাৰ তিৰত পৰা হৈছিল; পাচে গঙ্গা নকৈ সুঁতি লৈ সেই নগৰ দুৰৈকৈ এৰিলে, সেই কাৰনে নগৰ নির্জ্জন হৈ গল। বঙ্গালৰ পুব ডোখৰত সোনাৰগাঁও নামে এখন বৰ নগৰ আছিল। তাৰ ৮ মাইল মানৰ ভিতৰত এতিয়া ঢাকা নগৰ আছে। বঙ্গালিৰ পচিম ফালে সাতগাঁও আছিল; এতিয়া তাৰ ওচৰ ঠাইত হুগলি নগৰ আছে। গঙ্গাৰ তিৰত দিলি, আগ্ৰা, এলাহাবাদ, বানাৰচ, পাটনা, ৰাজমহাল, এইবিলাক প্ৰধান নগৰ আছে। তাত বাজে ঠায়ে ঠায়ে মান্দৰাজ, হাইদৰাবাদ, বম্বাই, লাহোৰ, লখনৌ, এইবিলাক নগৰৰ অধিক প্ৰজা আছে। কিন্তু কলিকতা সকলোতকৈ ডাঙ্গৰ; তাতে বিলাইতৰ লৰ্ড চাহাব আৰু গবৰ্ন্মেন্তৰ প্ৰধান মন্ত্ৰি সকলো থাকে। সেই নগৰ প্ৰাই ইটাৰে সজা হৈছে; কেতবিলাক ঘৰ বিলাতি ঠাটৰ কৰিছে, চৌতলা ওখ পকি; কেতবিলাক বঙ্গলাকৈ সাজে। কলিকতা হুগলি নদিৰ কোসৰত আছে; সিও গঙ্গাৰ সুঁতি হই, তাৰ কাষৰত বেহা বেপাৰৰ ঠাই বৰ উত্তম, সাগৰৰ পৰা ১০০ মাইল দুৰ। বঙ্গালি লোকে বিদেসি মানুহৰ লগত বেহা বেপাৰ কৰিবলৈ চাৰিও ফালৰ পৰা আহি তাতে গোট খাই বহি বেপাৰ কৰে। বানাৰচ নগৰতো বহু প্ৰজা থাকে; তাত দল আৰু গৰিয়া লোকৰ মচিদ অনেক আছে। তালৈ চাৰিও ফালৰ জাত্ৰি গৈ থাকে; তাতে মৰিলে ভাল বুলি নিবাস কৰি থাকে।

কলিকতাৰ পৰা ৩০০ মাইলৰ ভাটি ফালে জগনাথৰ মঠ সাগৰৰ দাঁতিত আছে; বচৰে বচৰে লাখ লাখ মানুহে জগনাথৰ মুৰ্ত্তি দেখিবলৈ তালৈ জাত্ৰা কৰে। সময়ত পাণ্ডাবিলাকে ৰথত মুৰ্ত্তি তুলি ফুৰাঁওতে তাৰ তলত পৰি মৰিলে স্বৰগ পাম বুলি মন স্থিৰ কৰি ৰথ চক্ৰত অনেক মানুহ পৰি মৰে। জগনাথৰ মঠৰ নকচা ইয়াত লিখা আছে।



উৰিয়া প্ৰদেসত থকা জগনাথৰ মঠ।
The Temple of Jagannath, in Orissa

## তিৰ্থৰ বিৱৰন।

Wanderings of a Pilgrim —i rom Bengali.

৭ অধ্যায়।

কামাখ্যাৰ বিৱৰন।

পয়াৰ।

কামৰুপতে আচে মুৰ্ত্তি কামাখ্যা দেবিৰ,
জিলা গুআহাটি সিতো পৰ্বত ওপৰ;
ইটাৰে নিৰ্মান কৰা বৰ এক গৰ,
তাৰ মাজে পুব দুআৰে আচই মন্দিৰ;
ইটাৰে বান্ধিচে তাক ভিতৰত গাঁত,
উপমা কি দিমো তাৰ পাটকুআ মত?
তাহাৰ ভিতৰে থাকে কামাখ্যা সুন্দৰি,
সি সৰ্ব ব্ৰিত্তান্ত মই কহিব নোআৰি।
মুৰ্ত্তি আদি কিচু নাহি, সিলৰ গুপ্তাঙ্গ,
খনিকৰে কাটি কৰিলন্ত সেহি অঙ্গ।
সোনেৰে খতাইচে তাক, দেখোঁতে সোভন,
জাত্ৰি লোক গলে তাতে কৰাই দৰ্সন;
বেল পাত আদি কৰি দিএ তাৰ মাজ,
তিৰি লোকে দেখি তাক কৰে অতি লাজ;
নিলাজ হৈয়া বোলে আপোন তিৰিক,
ভাল মতে দৰসন কৰিবি দেবিক।
সহস্ৰ ব্ৰাহ্মন তাত ৰহে চাৰি পাসে,
ভক্তি তাৰ কিচু নাহি লাভৰ আস্বাসে;
চাউল কলা মিঠৈ আদি নানা উপহাৰ,
সজায়া সাৰি সাৰি ভোগ দিএ তাৰ।
অন্ধকাৰময় অতি দেখি ভয়ঙ্কৰ,
কোলাহাল সব্দ উঠে মন্দিৰ ভিতৰ।
লোকক ভুলুআ চলে আচৰ্জ দেখুআই,
সিলৰ অঙ্গৰ পৰা জল উলিয়াই।
অতি বেগে উঠে সেহি, সুনা বিৱৰন,
কিন্তু সিও সত্য ন হই, কলৰ কাৰন।
তাত ৰক্ত তিনি দিন উঠে মাহে প্ৰতি,
গুপুতে ৰুধিৰ দিএ বহু চাগ কাটি,
বোলে, ঋতুস্নান হৈচে কামাখ্যা দেবিৰ,
ব্ৰাহ্মনেও লই কোঁট সি সব ৰুধিৰ।
কিচু কিচু লৈয়া কেৱে দিএ চকু মুখে,
হিয়াত বান্ধিয়া হাত মচই মস্তকে।
তাহাৰে বোলাই বস্ত্ৰ সকল ব্ৰাহ্মন,
অল্প মুল্য লৈয়া দিএ সৰ্ব জাত্ৰিগন।
পাত্ৰত ভৰিয়া ৰাখ কৰিয়া জতন,
বোলে, পৰম প্ৰেম হব তাহাৰে কাৰন:
ৰোগ, দুখ, ধন হানি কদাচ ন হব,
ৰাতি কালে ভুতে আৰু প্ৰেতে ন ধৰিব।
অকাৰনে হিন্দু লোকে কৰে নানা কৰ্ম্ম,
বিচাৰ কৰিয়া দেখা, তাত কোন ধৰ্ম্ম?
তাহাতে ব্ৰাহ্মন সত ঘৰ বাস কৰে,
তিৰ্থ গুৰু বুলি তাৰা পাণ্ডা নাম ধৰে।
সি সবৰ ঘৰে কন্যা জতেক জন্মই,
বচৰ কুৰিৰ কমে বিবাহ ন হই;
সি সবক বোলে সবে কন্যা অকুমাৰি,
জি ৰুপ আচাৰ তাৰ কহিব নোআৰি।
সিইতে দেবিৰ কোসে থাকে দিনে দিনে,
জাত্ৰিগন দেখি ধৰে পইচাৰ কাৰনে।
তাৰ মাজে সুন্দিৰো কন্যা সদা ৰই,
নিলাজ হৈয়া সবে ভ্ৰমন কৰই।
স্বামি বিনে কাৰো হই দুই তিনি সন্তান,
বোলে, দেবি দিচে মোক অনুগ্ৰহ দান!
ধনৰ লোভত লাগি সৰ্বখান কৰে,
দুষ্টৰ সঙ্গত জাই পৰ্বতে গহ্বৰে।

কুমাৰি লোকৰ কথা কৰিলা স্ৰৱন,
ব্ৰাহ্মনৰ কথা এবে কৰোঁ নিবেদন
পথে পথে বহু থাকে জাত্ৰিৰ কাৰনে.
জাক দেখে, তাক বোলে, জাৱ দৰসনে।
এক জন জাত্ৰি পালে হৰিস মনত.
অতি বেগে নিএ তাক আপোন ঘৰত।
আদৰ সম্মান কৰি ৰাখই জতনে,
তামাখু ভৰিয়া তাক খুআই আপোনে;
তাৰ পাচে মধু স্বৰে কৰই জিগ্যাস,
কৰ পৰা আহি আচা, কোন থানে বাস?
ধন্য তন্তু, পিত্ৰি মাত্ৰি দিলে কেনে জন্ম,
তুমিহে কৰিলা বাপু সুপুত্ৰৰ কৰ্ম্ম;
হৰিসিত মনে কৰা কামাখ্যা দৰ্সন,
তাহাতে নিস্তাৰ পাবা দোৰ্ঘোৰ মৰন;
ব্ৰাহ্মনক কৰা দান পুজা কুমাৰিক,
অন্ত কালে নিসংসয়ে জাবা স্বৰ্গলোক।
তুমি জদি আহি আচা দৰ্সন কাৰন
জনাও তোমাক জিতো হব প্ৰয়োজন।

দেবিৰ কাৰনে বস্ত্ৰ সিন্দুৰ আদি ভেঁটা,
পাপ খেমা হেতু দুআৰত্তে চাগ কাটা;
গোন্ধ আদি কৰি কিছু সুগন্ধি মচলা,
নৈবেদ্য কাৰনে চেনি চাউল আৰু কলা ।
এই হেতু টকা পইচা জত দিব পাৰা
ঘ্ৰিত কাঠ দিয়া কিছু জঁগ্য জাগ কৰা,
প্ৰধান পাণ্ডা সকলে পুজাক কৰিব,
পুজাৰি সবাকো জানা লাগে টকা দিব;
মালিও দুঅৰি আদি অনেক লোককো
ধাৰা মতে পইচা বাপু লাগিব সবাকো;
থানে থানে আৰু জত দেখা দেৱালই,
দৰ্শন দখিনা আদি সিও সবে লই;
এই ৰুপে কৰিলে হই দেবি দৰসন,
মোক পাচে দিবা আপোনাৰ জেন মন;
তাৰ পাচে কুমাৰি সকলেও ধৰিব,
নিয়ম ৰুপতে তাসম্বাকো লাগে দিব ।
নিজ হাতে কৰা জদি এহি সব বই,
ধন হানি হব আৰু বহু দুখ হই;
এই হেতু বোলোঁ মই, মোৰ কথা ধৰা,
মোহোৰ হাতত দিয়া জি জি তুমি পাৰা;
কিচ কিচ ৰুপে মই সবাকো তুসিমো,
নিৰাপদে ভাল ৰুপে দৰ্সন কৰামো ।
মোহোক জি দিবা তাক কাকো নু বলিবা,
মুখ্য পাণ্ডা জদি সোধে, ইয়াকে কহিবা;
দুখি লোক মই আহি আচো দৰ্সনত,
ধৰিলে নোআৰোঁ দিব জদি বিধি মত;
দুটি এটি টকা মই ঠাকুৰক দিচোঁ,
কামাখ্যা দেবিৰ নামে জিহকে আনিচোঁ ।

জতেক ব্ৰাহ্মন আচে কৰে এই মত,
প্ৰথমতে মিচা কথা কব দিএ তাত ।
ধৰ্ম ফল ব্ৰিধি জিতো দুৰ্জ্জাহা সকলে,
কেবল ভাণ্ডনা কৰি টকা লই চলে ।
জদি কোনো জাত্ৰি তাৰ মতে ন কৰই,
ঠগ কৰি তাক পাচে আপদে পেলাই ।
মুখ্য পাণ্ডা সকলোতে গুপুতে জনাই,
বৰ ধনি লোক ইতো জানিবা নিচই ।
জাত্ৰিক দেখিলে খোজে পুজা বহুতৰ,
দিব নোআৰিলে মেলি নি দিএ দুআৰ ।

প্ৰথমে সম্মত হৈই দিলে তাৰ হাতে,
এক অংস বই সিতো কৰে দৰ্সনতে ।
বাকি জত থাকে তাক নিজে নিজে লই,
কোনো থানে মাত্ৰ এক পইচাৰ বই ।
দৰ্সনৰ পাচে জাত্ৰি লৈ জাই ঘৰক,
বোলে, এতিয়া ভোজন কৰোআ কুমাৰিক;
আৰু দিয়া সিইতৰ কঁপালে সিন্দুৰ,
এহি ৰুপে ই থানৰ আচই দস্তুৰ;
ন কৰিলে তিৰ্থ ফল কদাচো ন হই,
সত্য ভাবে কলোঁ আমি, জানিবা নিচই;
জতেক কৰিলা বই সব হব ব্ৰেথা,
সেই কাৰনে কলো মই এই সাৰ কথা ।
বজাৰৰ মিঠৈ আদি একোকে নে খাব,
জি হেতুক তাক খালে জাতি নষ্ট হব ।
তোমাৰ কাৰনে আমি নিজে কৰোঁ স্ৰম,
ধন দিলে কৰা জাব জেলেপি উত্তম ।
এহি মতে চল কৰি টকা খিনি লই,
চাউলৰ গুৰি খুন্দি পিঠাক কৰই ।
পাচ, সাত কুমাৰিক কৰে নিমন্ত্ৰন,
সুদিৰবো কন্যা তাত কৰই ভোজন;
অলপ কৰি সিইতক কৰোআই ভোজন,
কঁপালতে দিএ ফোঁট সিন্দুৰ চন্দন;
তাৰ পাচে বোলে, সুনা বাপু জাত্ৰি লোক,
ভোজন দখিনা দিয়া ব্ৰাহ্মন কন্যাক ।
এহি ৰুপে জত পাৰে সকলোকে লই,
কন্যাকো নি দিএ, কিন্তু আপুনি ৰাখই,
তাৰ পাচে জদি দেখে, আচে কিচু বাকি,
নানা মতে চল কৰি দিএ বৰ ফাঁকি;
তিৰ্থ থানে ৰাতি বাস কৰাহা ইথানে,
ত্ৰিৰাত্ৰি বাসৰ কথা আচই বিধানে ।
বিনই বাক্যত জাত্ৰি সন্তোস কৰিয়া,
নিজ ঘৰে ৰাখে তাক বাস থান দিয়া ।
ৰাতি হলে বোলে, তাক সুনা নিবেদন,
জদি মন থাকে ধৰা মোহোৰ বচন ।
সৰ্ব্ব কাৰ্জ্জ সিধি হৈচে, আচে এক ভাই,
গোপনিয় কথা তোমাতেহে কহোঁ মই ।
জদি ইচা থাকে বাপু কৰা তুমি তাক,
ন কৰিলে মন্দ, কিন্তু নাহি দিও হাক ।

যু বুলিলে মোৰ পাপ হৈবেক নিচই,
এই হেতু কহোঁ মই জেনে ইচা হই।
মদ, মাংস আদি কৰি সংগ্ৰৰ সবদে,
নানা ফুল চন্দনাদি আৰু বেল পাতে;
তাহাক নি গুপ্ত ৰুপে এক ঘৰ মাজে,
ভক্তি ভাৱে কুমাৰিক জিবিলাকে পুজে;
তাহাতে কামাখ্যা দেৱি হৰিস মনত,
জেন বৰ খোজে, তাক দিব সেই খেনত।
দেৱিৰ প্ৰতিগ্যা বাক্য বিফল ন হই,
কাল ক্ৰমে হব সিধি জানিবা নিচই।
এহি ৰুপে বুধি চলে ভুলাই জাত্ৰিক,
এক ঘৰে ৰাখি থই দ্ৰুব্য সকলক।
উপজুক্ত লোক চাই কন্যা পঠিয়াই,
জাত্ৰি তাইৰ চৰনতে পুজাদি কৰই।
পুজা হলে তাৰ পাচে কৰে আৰু দান,
অৱসেসে মদ আদি কৰে দুয়ো পান।
মনে মনে দুয়ো জনে ঘৰৰ ভিতৰে
জেনে ইচা হই, তাক কৰিবাক পাৰে।
বামুনে বোলই, তাত নাহি কিচু দোস,
মন্দ কৰ্ম্ম ন হই সিতো সক্তিৰ সন্তোস।
সমস্ত ৰাতিতে দুয়ো জনে বাস কৰে,
অন্য কোনো নাহি আহে ঘৰৰ ভিতৰে।
মদ পান হেতু কোনো জন মতোআল,
হলে তাত বিৰক্ত ন হই ব্ৰাহ্মন্ সকল।
জত দিন ইচা কৰে থাকিবাক পাৰে,
অৰ্থ ঢুকালেহে গলে ধৰি বাজ কৰে।
এহি ৰুপে হৰে ধন নাহি ধৰ্ম্ম কৰ্ম্ম,
নাম মাত্ৰ ধৰে বিপ্ৰ, মিচা সব কৰ্ম্ম।

জাত্ৰি সকলৰ কথা কৰিলা স্ৰৱন,
ব্ৰাহ্মনৰ কথা আৰু কৰোঁ নিবেদন।
বজাৰৰ চাউল আদি একোকে নে খাই,
বিধুতি বস্ত্ৰৰে ৰান্ধি ভোজন কৰই;
বাহিৰত গলে কৰে স্নান ততিখ্যন,
সুদ্ৰৰ ঘৰত কোনো ন কৰে ভোজন।
হাবিৰ কাঠক আনি পানি চেটিয়াই,
ৰৰা কাচ আদি সহা সব ধৰি খাই;
গুঁই নামে সৰ্প আৰু বগলিকো খাই,
কুকুৰ দেখিলে সবে ৰাম ৰাম কই।

কামাখ্যাৰ বিবৰন আৰু বহু জানোঁ,
লিখিলে বাহুল্য হব, মনে এহি গুনোঁ।
এই ৰুপে নি লিখিহে ৰাখোঁ মই হাত,
জদি কোনো জনে সোধে, বুজাই দিমো তাত।
জি হেতু পুৰ্ব্বৰ পৰা মই আচো সুনি,
আৰু সদা গৈয়া তাত দেখিচোঁ আপুনি।
গুআহাটি গুআলপৰা নাম এহি থান,
ভ্ৰমিলোঁ তাহাত মই চাৰি বচৰ্ মান।

আত পাচে নিবেদন সুনা সৰ্ব্ব জন,
হয়গ্ৰিৱ মাধৱৰ বোলোঁ বিবৰন।
তাৰ পাচে সি থানৰ ব্ৰাহ্মন আচাৰ,
ইশ্বৰেহে সক্তি দিলে কৰিমো প্ৰচাৰ।
নিজ বুধি গিয়ানে মই একোকে নোআৰোঁ,
কেৱল প্ৰভু খ্ৰিষ্টত ভাৰসা জি কৰোঁ।
তেঁৱে সৰ্ব্বসক্তিমান জদি দিএ সক্তি,
বোবা কথা কব পাৰে তেঁওতে হলে ভক্তি;
খোৰাকো দিচিলে ভৰি অন্ধকো নয়ন,
হস্ত হিনে দিলে হস্ত মিত্যুকো জিৱন;
ভুতে পোআ কুষ্ট ৰুগি আৰু জত জত,
অৰোগি কৰিলে প্ৰভু আপোন বাক্যত;
গোটা পাঁচ সাত পিঠা হাতে তুলি লৈয়া,
সহস্ৰ লোকক প্ৰভু দিচিলে বাঁটিয়া;
ত্ৰিপ্তি হৈল ভক্তগন ভুঞ্জিয়া সকলে,
এনে চমত্কাৰ কৰ্ম্ম নাহি ভুমণ্ডলে।
সমুদ্ৰ ওপৰে খোজ কাঢ়ি পাৰ হৈলে,
বাক্য মাত্ৰে সুৰ্জ চন্দ্ৰ সুজন কৰিলে;
জিৱ জন্তু, পসু, পখি সব সৃজিলন্ত,
ত্ৰিন বৃক্ষ আদি জত ইচাতে হৈলন্ত;
আকাস মণ্ডল জত তৰাগন আৰ,
কোনে বৰ্নিবাক পাৰে, জাৰ নাহি পাৰ।
সাত্ৰত প্ৰতিগ্যা প্ৰভু কৰিচে আপুনি,
বিশ্বাসিলে স্বৰ্গ পাব, জানা সৰ্ব্ব প্ৰানি।
দুআৰত চপৰিয়াই মাগে জেই বৰ,
অৱস্যে কৰিব সিধি খ্ৰিচু গুনাকৰ।
এই হেতু স্থিৰ মনে কৰিচোঁ ভাৱনা,
ক্ৰিপা কৰি সম্পুৰ্ন কৰিব সৰ্ব্ব আসা।

ন. দ. ফ.

## আৰ্চিৰ বিসই।

On Glass.

আমাৰ দেসত প্ৰাই সকলো অচমিয়া লোকৰ ঘৰত সৰু বৰ আৰ্চি পোআ জাই, তথাপি ইয়াক কি ৰূপে বা কিহেৰে কৰা হৈছে, তাক কোনেও নে জানে, এই কাৰনে কিছু কবলৈ খোজোঁ।

আৰ্চি খ্রিষ্টিয়ান সকৰ আগেয়ে ৰুমিয়া আৰু আন আন লোকবিলাকৰ দোআৰাই অলপ অলপ জনা হৈছিল। প্লিনি নামেৰে এজন প্ৰাচিন ৰুমিয়া গিয়ানি লোকে লিখিছে, বোলে, এখান জাহাজ মিচৰ দেসৰ পৰা চডা অৰ্থাত এবিধ খালোন ভৰাই লৈ আহোঁতে ফৈনিকিয়া প্ৰদেসৰ কোনো এক নদিৰ দাঁতিত জাহাজ চপাই ভাত খাবলৈ জুগুত কৰিলে। জাহাজত অনা খালোন চপৰা চপৰা হোআৰ কাৰনে তাৰে উধান কৰি বাঙ্কাতে দেখিলে, জে খালোন আৰু বালি জুইৰ তাপত পমি আৰ্চিৰ দৰে হল। তেতিয়াৰে পৰা সেই কালৰ লোকে বৰ সুমেৰে কিছু কিছু আৰ্চি কৰিলে। আৰু বুৰঞ্জিত পৰ্হিছোঁ, ৰুমিয়া ৰাজ্যৰ নিৰু মহা ৰজাই দুটা আৰ্চিৰ পান পাত্ৰৰ কাৰনে ৫,০০,০০০ টকা দিলে। এতিয়া হলে তাতকৈ উত্তম সাত আঠ অনালৈ পোআ জাই।

ইংলণ্ড আৰু আমেৰিকা আদি আন আন দেসত অতি উত্তম উত্তম আৰ্চিৰ পাত্ৰ আদি নানা বিধৰ বস্তু কৰে। বগা আৰু চাৰু আৰ্চি হলে ভাল মিহি বালি, খালোন, এবিধ সিহ, আৰু সিহৰ মামৰ লাগে। এইবিলাক ভালকৈ মল গুচাই সুধ কৰি একে লগে বৰ জুইৰ কুণ্ডৰ ভিতৰত মাটিৰ বাচনত ন পমালৈকে থই। পমিবলৈ দুই তিন দিন লাগে। আৰ্চি কৰা ঘাই বস্তু বালি আৰু খালোন, কিন্তু লগতে পমিবলৈ চন চনিয়া ন হবলৈ আৰু জিলিকাৰ নিমিত্তে সৰহ সিহ দিএ। জেতিয়া ভালকৈ মিহলি হৈ পমিল, তেতিয়া কুণ্ডৰ মুখ মেলে, আৰু এই দ্ৰৱ আৰ্চি তাত কাম কৰা মানুহৰ ইচাৰ দৰে সকলো বিধৰ আক্ৰিতিৰ পাত্ৰ কৰিব পাৰে। ইয়াক এই ৰূপে কৰে। এটা লোহৰ চুঙাৰে দ্ৰৱ ৰূপ আৰ্চি বাচনৰ পৰা আন হাত ধৰা পোনে ফুআই এখান লোহৰ পাটত পেলাই কোমল আৰ্চিক জুটিয়া জুটিকে জি জি আক্ৰিতিৰ বস্তু লাগে সেই সেই আক্ৰিতিৰ জন্ত্ৰৰে হেঁচি হেঁচি কৰে, পাচে তাৰ ওপৰত নানা নকচা কৰে। জেতিয়া [illegible] সকলো হল তেতিয়া এটা পাগ সালিত এই পাত্ৰবিলাক, সুমাই লাহে লাহে চেচা কৰে, তাকে ন কৰিলে, অলপ খেকোঁচা পালে ভাগিব।

এতিয়া দেখা, আৰ্চিৰ পৰা কিমান উপকাৰ পোআ জাই। খিলিকি দুআৰত লগালে বতাহ বৰখুনৰ পৰাও ৰাখি পহৰ তাপ পাই। আৰ্চি এখানৰ একালে পাৰা আৰু বগি তাম মিহলাই লগালে, মুখ দেখিব পাৰি, ঘুৰনিয়া গোল ৰূপ আৰ্চি কৰিলে দুৰ্বিন, মাইক্ৰস্কোপ, বিত চকু আদি বহু মুলিয়া বস্তুবিলাক সাজিব পাৰি।

জ. ট.

---

## উচিত আৰ্হি দেখাবৰ প্ৰয়োজন।

Example better than Precept.

কোনো এক দিনত এজন খ্রিষ্টিয়ান প্ৰচাৰকে আপোনাৰ পাদুৰি চাহাবত সুধিলে, হে প্ৰিয় চাহাব, জগতৰ পৰিত্ৰানৰ নিমিত্তে আমি কি কৰম কৰিব লা[illegible]’ কেৱল কিৰ্ত্তন কৰি থাকিলেই মানুহৰ মন পালটন হব নে? পাদুৰি চাহাবে উত্তৰ কৰিলে, ন হই মোৰ ভাই, আমি কেৱল ইস্বৰৰ বাক্য কিৰ্ত্তন কৰি থাকিলে মানুহৰ মন পালটন ন হই। প্ৰচাৰকে সুধিলে, তেন্তে আৰু কি কৰম কৰিব লাগে? চাহাবে কলে, তুমি খ্রিষ্টক বস্ত্ৰ ভাৱে পিন্ধিবা, তেহে জগতৰ পাপি লোকৰ মন পালটিব। খ্রিষ্টক বস্ত্ৰকৈ পিন্ধাৰ কি অৰ্থ চাহাব? খ্রিষ্টক বস্ত্ৰ ভাৱে পিন্ধাৰ অৰ্থ এই, সকলো ভাৱে ধৰমৰ সজ আচৰন কৰি অত্যন্ত বিস্বাসি প্ৰাৰ্থনা কৰাই তেঁওক বস্ত্ৰকৈ পিন্ধা হই। তুমি জেতিয়া কিৰ্ত্তন কৰিবলৈ জোআ, তেতিয়া নম্ৰ ভাও মনত পিন্ধি অত্যন্ত প্ৰাৰ্থনাৰে জোআ। তোমাৰ সকলোৱেই কথা সুনাবিলাকে তোমাৰ সজ আচৰন দেখি তোমাৰ সৰগত থকা পিত্ৰিক স্তুতি কৰিব।

## য়াকোবৰ বহু দিনিয়া জাত্রা ।

**Chap. IX.—Jacob, or the long Journey.**

তেতিয়া য়াকোবে তাৰ পৰা জাত্রা কৰি ভালেমান দিন গৈ, পাচে সৰহ বন থকা এক ঠাই পালেহি, আৰু তাতে নাদৰ ওপৰত এটা বৰ সিল আছিল। বহু চাগ মেৰ চাগবিলাক আৰু মানুহ কেতবিলাক মেৰৰ লগত তাৰ চাৰিও ফালে থাকিচিলে। এই মানুহবিলাক মেৰ ৰখিয়া। য়াকোবে জি দেসত আছিলে, সেই দেসত নিচেই অলপ পানি হোআত, তেঁও নাদ দেখি বৰ ৰঙ্গ পাব পাই।

য়াকোবে মেৰ ৰখিয়াবিলাকত সুধিলে, লাবান নামেৰে এটা মানুহক তোমোলাকে জানা নে?

সিহঁতে কলে, হয় আমি জানো।

য়াকোবে সুধিলে, সি ভালে আছে নে?

মেৰ ৰখিয়াবিলাকে উতৰ দি কলে, সি ভালে আছে, আৰু দেখা, সেয়া তাৰ জিএক ৰাহেল মেৰবিলাকে সৈতে আহিচে।

ইয়াকে সুনি য়াকোবে বৰ আনন্দ পালে, কিয়নো ৰাহেল তাৰ ভতিজা হয়। সি লৰি গৈ তাইক চুমা দিলে, আৰু বৰকৈ ক্রন্দন কৰিলে।

কি কাৰনে য়াকোবে ক্রন্দন কৰিলে?

মই ভাবিচো, সি আনন্দতে কান্দিলে, কিয়নো কেতিয়াবা কেতিয়াবা মানুহবিলাকে আনন্দতে ক্রন্দন কৰে। বহু দিনলৈ য়াকোবে কোনো মিত্রিৰ দেখিবলৈ নে পাই, তাৰ ভতিজা ৰাহেলক দেখি বৰ ৰঙ্গ পালে।

মই তোমাৰ ভতিজা য়াকোব, বহু দুৰৈৰ পৰা আহিচো, এনে কথা ন কলে মানে য়াকোব কোন বুলি ৰাহেলে নে জানিলে।

তেতিয়া ৰাহেলে লৰি গৈ বাপেক লাবানক কলে, মোৰ ভতিজা য়াকোব আহিল, নাদৰ পাৰতে বহি থকা দেখা পালো।

তেতিয়া লাবানে আনন্দ পাই য়াকোবক লগ পাবলৈ গল, আৰু তাক চুমা দি কলে, তুমি মোৰ ঘৰলৈ আঁহা, মই তোমাৰ মোমাই হওঁ।

লাবানত য়াকোবে মেৰ ৰখিয়া হম বুলি কোআত সি লাবানৰ চাকৰ হল। য়াকোব হলে ভাল মেৰ ৰখিয়া আছিল, আৰু ৰাতি সিংহ আৰু ভালুকবিলাকৰ পৰা মেৰবিলাক ৰাখিবলৈ পৰ দি থাকে। তেঁও দিনৰ তাপ আৰু ৰাতিৰ জাৰলৈ মন ন কৰিলে।

লাবানৰ দুজনি জিএক আছিল, আৰু সিহঁতে তাৰ ভাৰ্জা হবলৈ লাবানে য়াকোবক দিলে, এই দৰে য়াকোবৰ দুজনি ভাজা হল। এতিয়াৰ মানুহবিলাকৰ দুজনি তিৰোতা হব নে পাই, কিন্তু তেতিয়া হলে দুজনি বা অধিকো লব পাৰে।

ইস্বৰে য়াকোবক ভালেমান সন্তান দিলে। সিহঁত সৰহ হোআৰ কাৰনে মই তোমোলাকক সিহঁতৰ নাম ন কওঁ। য়াকোবে বহু দিনলৈকে তাৰ লৰা তিৰোতা সৈতে কেতবিলাক তাম্বু ঘৰত থাকিলে। তেঁও লাবানৰ মেৰবিলাক ৰাখিচিল, আৰু লাবানে কেতবিলাক মেৰ তেঁওৰ আপোনাৰ হবলৈ দিলে। ইস্বৰে অঙ্গিকাৰ কৰাৰ দৰে য়াকোবৰ খাবলৈ পিন্ধিবলৈ সকলো আছিল, কিয়নো ইস্বৰে সদাই আপোনাৰ অঙ্গিকাৰ ৰাখে।

কিন্তু য়াকোবে তাৰ পিত্রি মাত্রি আৰু কিনান দেস জি ঠাইত সি সৰু কালত আছিল, তাক পাহৰিব নোআৰিলে। ইস্বৰে আব্রাহামৰ ইচাকৰ আৰু তাৰ আপোনাৰ সন্তানবিলাকক কিনান দেস দিব বুলি অঙ্গিকাৰ কৰা তেঁও জানিচিলে, আৰু আকও তাত বসতি কৰিবলৈকো ইচা কৰিলে।

জিবিলাক ভাল মানুহ প্রথমে কিনান দেসত থাকিলে, সিবিলাকৰ আৰু সিবিলাকৰ ভাৰ্জাবিলাকৰ নাম তলত লিখিম, মনত ৰাখিবা।

| | |
|---|---|
| আব্রাহাম । | চাৰাই । |
| ইচাক । | ৰিবকা । |
| য়াকোব । | লিয়া আৰু ৰাহেল |



## প্ৰাৰ্থনাৰ গুন ।

**Wonders of Prayer.**

আব্ৰাহামৰ ঘৰ গিৰিএ প্ৰাৰ্থনা কৰাত ইচাকলৈ ৰিবকাক ভাৰ্জা ভাৱে পালে । মোচাই ইশ্বৰলৈ প্ৰাৰ্থনা কৰাত সাগৰৰ মাজেই সুকাই বাট ওলাল । আৰু বাৰ প্ৰাৰ্থনা কৰাত আমালেকৰ সৈন্য সকলক পৰাজই কৰিলে । য়িহোচুআই প্ৰাৰ্থনা কৰাত আশ্বানৰ জগৰ প্ৰকাস হল । হানাই প্ৰাৰ্থনা কৰাত চিমূএল লৰা জনমিল । দাৱিদে প্ৰাৰ্থনা কৰাত অহিথোফলে আত্মা ঘাতি হল । য়িহোস্যাফটে ইশ্বৰলৈ মিনতি কৰাত তাৰ সত্ৰু সকল উভতি গল । য়িচয়া আৰু হিজিকিয়াই প্ৰাৰ্থনা কৰিলত একে ৰাতিতে আচুৰিয়া ফৌজৰ ১৮৫,০০০ সেনা মৰিল । দানিএলে প্ৰাৰ্থনা কৰাত ৰজাৰ দৰ্সনৰ অৰ্থ বুজা গল । দানিএলে আৰু বাৰ প্ৰাৰ্থনা কৰাত সিংহৰ মুখ বন্ধন কৰা হল । মদিথাই আৰু এষ্টৰে লঘোন কৰাত তিন দিনৰ মুৰত হামানে আপুনি সজা সালত ফাঁচি গল ।

এলিয়াই প্ৰাৰ্থনা কৰিলত, তিনি বচৰ চ মাহলৈ দেসত বৰথুন ন হল । আৰু বাৰ প্ৰাৰ্থনা কৰাত বৰথুন আনিলে । এলিস্যাই প্ৰাৰ্থনা কৰাত য়ৰ্দান নদিএ তেঁওলৈ বাট দিলে । আৰু বাৰ প্ৰাৰ্থনা কৰি মৰা লৰাৰ জিৱন দিলে । মণ্ডলিৰ লোকে প্ৰাৰ্থনা কৰাত ইশ্বৰৰ দুতে পিতৰক বন্দি সালৰ পৰা মুকলি কৰিলে;. কিয়নো সাধু লোকৰ অত্যান্ত প্ৰাৰ্থনাই অনাদি জনৰ কানত পৰে । সেই কাৰনে অত্যান্ত প্ৰাৰ্থনা কৰা । আৰু তোমাৰ প্ৰাৰ্থনা জদি এতিয়া নুসুনে, তেও বহু বচৰৰ মুৰতো ইশ্বৰে তাক সিধি কৰিব । মানুহে জেতিয়া সস্যৰ গুটি বই, তেতিয়া একে বাৰে কেতবোৰ গজে; কিন্তু কেতবোৰ বহু মাহৰ মুৰতহে গজে, সেই ৰূপে সাধু লোকৰ বিশ্বাসি প্ৰাৰ্থনা পোনে পোনে নুসুনিলেও অনেক বচৰৰ মুৰত সুনিব । এই কাৰনে ইশ্বৰে মোৰ প্ৰাৰ্থনা নু সুনিলে বুলি নিৰসা ন হবা ; মানুহ অবিশ্বাসি হলেও ইশ্বৰ অবিশ্বাসি হৈ আপোনাকে আসৈ কৰিব নোআৰে । আমাৰ জিৱন্ত পৰম ইশ্বৰেই বিশ্বাসি লোকৰ প্ৰাৰ্থনা সুনোঁতা, আৰু তাৰ উত্তৰ দিওঁতা ইশ্বৰ ।

## পুৰনি অসম বুৰঞ্জি, নং ২২ ।

**Ancient Assamese History.—Conclusion.**

১৫৬৬ সঁকৰ মাঘৰ ১৭ দিন জাঁওতে লাকো বৰ পাত্ৰক মাৰিলে; লাকো বৰ পাত্ৰৰ জিএক, লাপ্লুপ গোহাঁইৰ মাকক বৰ কুঁঅৰি ভাঙ্গিলে । দিহিঙ্গিয়া সৰিয়হ বুৰা গোহাঁইৰ ভনিএক, কুকুৰে খোআ গোহাঁইৰ মাকক বৰ কুঁঅৰি পাতিলে । পাচে কুকুৰে খোআ গোহাঁইৰ মাক, বৰ জনা আই কুঁঅৰি দেৱে লাপ্লুপ গোহাঁইৰ ভায়েক খঁকুআ গোহাঁইক ৰজা দেৱত লগাই হেমন বাৰিত খোআইচিলে । এদিন কুকুৰে খোআ গোহাঁইৰ মাক, বৰ জনা আই কুঁঅৰি দেৱে খঁকুআ গোহাঁইক ভাত খাবলৈ মাতি নিলে, ভাত খাঁওতেই গাত কামোৰ মাৰিলে । লাপ্লুপ ককায়েকলৈ মনত পৰি এই কথা কুকুৰে খোআ গোহাঁইৰ মাক, বৰ জনা আই কুঁঅৰি দেৱে ৰজা দেৱত লগালে, ৰজা দেৱে সুনি থাকিল । এদিন ৰজা দেৱে খঁকুআ গোহাঁইক দেখি মনত অসন্তোসকৈ হেমন বাৰিৰ পৰা ভোগ বাৰিত থলেহি । আত পাচে নৰিয়া ৰজা দেৱে চুঙ্গি মাৰিবলৈ পঠালে, দিলিহিয়াল সুকুলা হুদু বুৰা গোহাঁই ১, কেন্দুগুৰিয়া বৰ পাত্ৰ ১; এই দুই দিকৰঙ্গে গৈ, মাঘনোআত ৰলগৈ । বুৰা ঘোৰা কোঁঅৰে, পিকচাই চেটিয়া, এই দুয়ে বুৰৈএ দি গৈ, ঘৰ পুৰিলে, ধান কচু কাটি ওলাই আহিল । ডাঙ্গৰিয়া সকলে আগুআ চকিয়াল ৰূপাই হাজৰকিয়াক গৰ বান্ধিবলৈ বাঁহ কাটি আনিব দিলে । ৰূপাই হাজৰকিয়া বাঁহ আনোঁতে চুঙ্গিএ ৰূপাই হাজৰকিয়াকে মুখ্য কৰি একুৰি মানুহ কাটিলে । আৰু চুঙ্গি গোটা দিএকে, আই কুঁঅৰি দেৱে পঠাইচে বুলি চিন মাৰি দিহিঙ্গিয়া বৰ গোহাঁইৰে, দিলিহিয়াল সুকুলা হুদু বুৰা গোহাঁইৰে কোঁঠ সোমাই আই কুঁঅৰি দেৱৰ কথা কৈ বাত্ৰা ললে । ডাঙ্গৰিয়া দুজনাও আই কুঁঅৰি দেৱৰ বাত্ৰা সুধি, মিচাকৈ জোআ চুঙ্গিক কাপৰ এজোৰ দি বিদাই দিলে । চুঙ্গিএ গৰৰ বাজ হৈ বোলে, গোহাঁইবোৰৰ কাপৰ এজোৰ আনিলো, আ-

কে জে তৰ্কিব নোআৰিলে, আমাক নো কেনেকৈ মাৰিব! এই বুলি চুঙ্গি উলটি পলাই গল। পাচে মাধনোআৰ পৰা বান্দৰ ভেৰাত বলগৈ। তাৰে পৰা চুঙ্গিক জিগ্যাসা কৰিবলৈ জাঁওতে আমাৰ ৰতাহ গিলা প্ৰমুখ্যে হাঁহ চৰাত ৫০০ স মানুহ চুঙ্গিএ কাটিলে। দিহিঙ্গিয়া বৰ গোঁহাইয়ে দিলিহিয়াল বুৰা গোঁহাইৰ আগত বোলে, চুঙ্গি তালৰ বান্দৰ তাক আমি ধৰিবলৈ পাম নে কি? আমি ওলাই হহকি জাঁও, জদি জগৰ লাগে মই গা কৰিচোঁ; মোৰ তনি বৰ কুঁঅৰি ইমান কথাকে ৰাখিব নোআৰিব নে কি? এই বুলি তাজৰিয়া দুজনা হহকি আহিল। ৰজা দেৱে এই কথা সুনি দিলিহিয়াল সুকুলা হদু বুৰা গোঁহাইকে, দিহিঙ্গিয়া বৰ গোঁহাইকে, দুইকো দাই ধৰি ভাঙ্গিলে। পাচে পুনৰ চলিয়া চেকেৰি এটা চুঙ্গিৰ ৰজা হৈ আচিল। চুঙ্গিক মাৰিবলৈ ৰজা দেৱে চপৰা খোআ বৰ গোঁহাইকে হাতি মুৰিয়া ফুকনকে পাঁচিলে। পচিমে বৰু গোঁহাই উজাই দিহিঙ্গে দি আহিয়া বাৰিত বলগৈ। হাতি মুৰিয়া ফুকন আখৌ মুখে দি বাট কাটি গৈ আহিয়া বাৰিত বৈ, চুঙ্গিৰ ঘৰ পুৰি ধানো আনিলে; মানুহ, গৰু, কিচু লৈ ওলাই আহিল। বৰ গোঁহায়ো পৰ্বতৰ দাঁতিএ দি চুঙ্গিৰ ঘৰ পুৰি মানুহ, গৰু ধৰি পচিমে জাঁওতে চিকৰা হাৰিত জুপি, চপৰা খোআ বৰ গোঁহাইক চুঙ্গিএ কাঁৰ একাটি মাৰিলে। বৰ গোঁহাই তাতে দিনা দিয়েক থাকি, চুঙ্গি ঘাটে মাৰি কাটি গৰু, মানুহ লৈ, হাৰৈএ দি ওলাই আহিল। পাচ বচৰে এঁৰাৰ ধান কাটিলেগৈ। চুঙ্গি জি আচিলে থাৱলৈ নে পাই সকলো আহি বৰিলেহি।

১৫৩৭ সঁকত কচাৰি বিৰদৰ্পো নামে ৰজা এটা মৰঙ্গিএ দি পঠালে; জেতুক, ফুৰা দলৈক কলিয়াবৰে দি পঠালে; দুয়ো আহি চকি পালতহি আমাৰ চকিয়ালে সুধিলে, তঁইত কি কাৰনে আহিচ? কচাৰিৰ দুই মানুহে বোলে, আমাক প্ৰিতিৰ কাৰনে হেডেম্বেৰৰ ৰজা পঠাইচে, আমাৰ দুই ঠাইৰ চকিয়ালে আহি বৰ বৰুআতো বৰ চেটিয়াতো কলেহি। বৰ বৰুআও বৰ চেটিয়াও, ৰজা দেৱলৈ জনাই, বৰ চেটিয়াই ফুৰা দলৈক তুলি বোজ বাজ দি থলে। বৰ বৰুআই কচাৰিৰ মজিন্দাৰক তুলি, অনাদৰ কৰি সুকটি চুহাক লগত দি কচাৰিৰ মজিন্দাৰক বিদাই দি পঠালে।

পুনৰ কচাৰি ৰজাই পত্ৰ লিখিলে, তোমাৰ আমাৰ উকিল গতাগত প্ৰিতিৰ কাৰনে চলি গৈচে; তুমি এখন প্ৰিতি গোট চেদ কৰি, আমাৰ পত্ৰ অনাদৰ কৰি মজিন্দাৰক ফিৰাই পঠালা। আমি এখন পূৰ্ব নিবন্ধত থাকি, ধৰম পথক মৰি প্ৰিতিৰ কাৰনে উকিল পত্ৰ পঠাঁও। তুমিও পুৰ্ব নিৰ্বন্ধে অভেদ প্ৰিতিৰ কাৰনে জেমনে দিনে দিনে প্ৰিতিক পাই, তেমন থান কৰিবা। এই ৰূপে পত্ৰ সন্দেস দি কচাৰি ৰজা মজিন্দাৰকে, তেৰেৰা দলৈকে পঠালে। বৰ বৰুআই সিইত দুইক আনি তুলি প্ৰিতিৰ কাৰন সুনি ৰজা দেৱলৈ জনাই পঠালে; ৰজা দেৱে সিইত দুইক আনিব দিলে। সিইত দুইকো অনাই ক্ৰমে তিনিও জনা তাজৰিয়াৰ ঠাইত তুলি নিৰ্বন্ধেৰে ৰজা দেৱৰ ঠাইত সেৱা কৰিলে। ৰজা দেৱে কচাৰিৰ পত্ৰ চাই পুনৰ বাৰ প্ৰত্যুত্তৰ লিখিলে। পুৰ্বাপৰেও আমাৰ হেডেম্বেৰৰ থাপিত সাক্ষিত, জি হেতুকে তাহাৰ কাৰনে তোমাৰ আমাৰ অভেদ প্ৰিতি গোট চলি গৈচে; এখনো আমি সেই প্ৰিতিতে বহিচোঁ। তুমি জে উকিল অনাদৰ কৰি পঠালা হেন জি লিখিলা, থাপিত সাক্ষিত বেৱহাৰ পৰিত্তিয়াগ কৰি বিপৰিত কৰি পত্ৰ জেখন পঠালা, তেখন তুমি প্ৰিতি চেদ কৰিলা, এখন ধৰম পথক মৰি পুৰ্ব নিৰ্বন্ধে বেৱহাৰ হৈলে কিহক প্ৰিতি গোট ন চলিব? এই বুলি পত্ৰ সন্দেস লৈতে আমাৰ সিতলিয়াল কটকিকে, নাৰায়ন কটকিকে, লগত দি কচাৰিৰ মজিন্দাৰকে, তেৰেৰা দলৈকে বিদাই দিলে। আমাৰ দুই কটকিক বোলে, মৰঙ্গিত জি ফুৰা দলৈ আছে, তাক তঁইতে লগত লৈ কচাৰি ৰজাৰ ঠাইত দিবিগৈ।

পাচে আমাৰ দুই কটকিও গৈ, কচাৰিৰ বলিদৰ্প নাৰায়ন ৰজাৰ ঠাইত পত্ৰ সন্দেস দি

প্ৰিতিৰ কাৰন কলে । পাচে কচাৰি ৰজা পত্ৰ চাই থাপিত সাক্ষিত বুলিবৰ সুনি, আমাৰ দুই কটকিক দাই ধৰি বোলে, আমাক তোৰ ৰজা কাহানি থাপচে সাক্ষিচে? আমাৰ দুই কটকিএ বোলে, ৰজা সকলৰ অভিপ্ৰাই ৰজা সকলেহে জানে, ৰজাৰ বিশ্বাস আমি কেমনে জানিব, আমাৰ মুখৰ বচন ন হই; পত্ৰৰ বচন অনাথা কেমন লিখিব, সৰ্গদেও ইৰবে পাত্ৰ মন্ত্ৰি সৈতে বিচাৰ কৰি লিখিচে । পাচে কচাৰি ৰজা পাত্ৰ মন্ত্ৰি সৈতে বিচাৰ কৰি, পূৰ্বে এই ভি কন্যা দি থাপিচে, সেই সকলক সাক্ষিত থাপিত বোলে, এতিয়াও বুলিবাক পাই । জেমন তাৰ পত্ৰৰ নামে কৰন ন ঘটে, তেমনে কন্যা দি বৌ থাপোঁতে থাপিত থাপিত বোলে, কেমনে ঘটিব; এথবো পুব প্ৰিতিত থাকি স্মৰন কৰি কন্যা দি থাপিবৰ মনেহে সাক্ষিত থাপিত বোলে, পত্ৰতো লিখিচা, ভাল; আপোনাৰ বচন ৰাখি আমালৈ কন্যা দিয়া হওক । এমনে পত্ৰত লিখি পত্ৰ সন্দেসে সৈতে মজিন্দাৰ, বেবো দলৈক লগত দি আমাৰ দুই কটকিক বিদাই দিলে । দুই কটকি আহি পুনৰ বাৰ সৰ্গদেৱৰ ঠাইত ডাঙ্গৰিয়াৰ ঠাইত পচিলেহি, সৰ্গদেৱকো পত্ৰে সৈতে সেৱা কৰিলেহি । পত্ৰে সন্দেসে সৈতে প্ৰিতিৰ কাৰন কৰি কথাৰ কাৰনে কহিলে । কন্যাৰ কাৰন সুনি মহা ৰজাই ডাঙ্গৰিয়া সকলত সুধিলে, কন্যা থান দিবলৈ কোন গনে বোলাইক? ডাঙ্গৰিয়াবোৰে বোলে, পুৰ্বে কন্যা দি অসন্তোস পোআ হৈচে; নিওতেও অনাদৰ কৰি নিলে; আকে চাই আলা দি থবলৈহে ভাল; নিচই কৰি দিবলৈ ভাল ন হই জেন জানি, আমাৰ মহা ৰজাৰ মনে কোন থাসি বোলে? মহা ৰজা বোলে, কন্যা দিব চাৰি আমাৰ জি মতে হাট হব, তাৰো আমাৰো মানুহে বেহা কিনা কৰি থাকিব । চল কৰি একে ৰাতিএ কচাৰিৰ গাঁও মাৰি আনিলে, তেহে মোৰ কোধৰ মান গুচে । এই থান নিচই কৰি কন্যা দিম হেন বুলি পত্ৰ লিখি পুনৰ বাৰ সিতলিয়াল ৰাম কটকিক পত্ৰ সন্দেস সহিতে লগত দিয়া কচাৰিৰ দুই কটকিক বিদাই দি পঠালে । পাচে আমাৰ দুয়ো কটকি গৈ, বিৰদৰ্প নাৰায়ন ৰজাৰ ঠাইত লিখা পত্ৰ দি, প্ৰিতিৰ কাৰনে কন্যাৰ কাৰনে কহিলে । পাচে বিৰদৰ্প ৰজাও পুনৰবাৰ পত্ৰ তুলি প্ৰিতিৰ কাৰনে কলা মজিন্দাৰ মাধৱ কন্দলিৰ হাতত পত্ৰ সন্দেস দি আমাৰ দুই কটকিক বিদাই দি পঠালে । এই বুৰঞ্জিৰ সেস পৰিচে ।

---

তাওচিঙ্গাৰ লাকনি ওলোআৰ ক্ৰম ।

| | মুত | চান | ৰাও | মিত | কেও | চোও | প্লাও | ঙি | মাও | চি | চেও | চিঙ্গা |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| কা | ১ | | ৫১ | | ৪১ | | ৩১ | | ২১ | | ১১ | |
| কাপ | | ২ | | ৫২ | | ৪২ | | ৩২ | | ২২ | | ১২ |
| ডাপ | ১৩ | | ৩ | | ৫৩ | | ৪৩ | | ৩৩ | | ২৩ | |
| ৰাই | | ১৪ | | ৪ | | ৫৪ | | ৪৪ | | ৩৪ | | ২৪ |
| মুঙ্গ | ২৫ | | ১৫ | | ৫ | | ৫৫ | | ৪৫ | | ৩৫ | |
| প্লেক | | ২৬ | | ১৬ | | ৬ | | ৫৬ | | ৪৬ | | ৩৬ |
| কাত | ৩৭ | | ২৭ | | ১৭ | | ৭ | | ৫৭ | | ৪৭ | |
| খুত | | ৩৮ | | ২৮ | | ১৮ | | ৮ | | ৫৮ | | ৪৮ |
| ৰুঙ্গ | ৪৯ | | ৩৯ | | ২৯ | | ১৯ | | ৯ | | ৫৯ | |
| তাও | | ৫০ | | ৪০ | | ৩০ | | ২০ | | ১০ | | ৬০ |

এই অঙ্কবিলাকৰ খোলোচা । কা আদি ডাও অন্ত, এই দহোটা কথা, ওপৰৰ মুত আদি চিঙ্গা অন্ত, সেই বাৰেটা কথাৰে প্ৰথমটক প্ৰথমেৰে, দুতিয়টক দুতিএৰে এই ৰূপে মিলাই জোগ কৰে; কা-মুত ১; কাপ-চান ২, ডাপ-ৰাও ৩, এই ৰূপে ৬০ বচৰলৈকে সঁকৰ নাম দিএ । ৬০ বচৰ এক ডাওচিঙ্গা হই ।

## মৰনৰ বিসয়ে কিচু চিন্তা ।

Thoughts on Death.

আমাৰ গৰ্ব্ব আদি সকলো ইন্দ্রিয় স্বভাও বস কৰিবলৈ খুজিলে, মৰনৰ বিসই আমাৰ চকুৰ আগত ৰখাই আটাইতকৈ উত্তম সিখ্যা । ইয়াকে চিন্তি গৰ্ব্বকালবিলাকে ভাবিব পাৰে গৰ্ব্ব, কৰা কিমান অগিয়ান আৰু অকাৰ্জ হই, কিয়নো অলপতে তাৰ গৰ্ব্ব সকলো মাটিৰ ভিতৰত ঢকা হব । ইয়াৰ দোআৰাই সংসাৰিক বস্তু অতি প্রেম কৰাবিলাকে জানিব পাৰে, এই বৰ্তমান প্রিথিবিৰ বস্তু সকলো অনৰ্থক, ইয়াৰ সকলো সুখ অনিত্য, অলপ কালৰ মাথোন ।

প্রিথিবিত বাস কৰা সকলো লোক ৯৯,৫০,-০০,০০০ বুলি অনুমান কৰা হই । জদি আমি বোলোঁ, ৩০ বচৰত ইমান লোক মৰে আৰু ওপজে, তেনে হলে ১০,৮০৫ দিনে পতি মৰে, ৩,৭৮৩ ঘণ্টাই পতি মৰে, আৰু ৬৩ প্রত্তেক মিনিটত মৰে । পৰ্হাবিলাকে কেনে ভই কৰিব লগা, এই কথা বিচাৰ কৰিবলৈ প্রয়োজন হই, এই কাৰনে ভাবা, জুগুত হোআ, পৰ দিয়া । মহা ৰজা কন্‌স্তানতাইনে এবেলি এটা আক্রোহি ক্রিপিন মানুহক বুজাবলৈ এডাল জাঠিৰে মাটিত মানুহ সৰিলটো ধৰিব পৰা ঠাই আকি কলে, ধনৰ ওপৰত ধন দমা, সম্পত্তিবিলাক বহুল কৰি গোটেই প্রিথিবি খন জই কৰি লচোন; কিন্তু অলপ দিনতে এই সৰু এডোখৰ মাটি জি মই আকিলোঁ, এই অকল মাথোন তোমাৰ হব ।

আৰু এজন বৰ পৰাক্রমি মান্যৱন্ত তুৰকি মচলমান বাদস্যাই মৰিবৰ সময়ত তাৰ নিচান আগত লৈ ফুৰাটোক মাত্তি কলে, এডাল জাঠিৰ মূৰত জি কাপৰেৰে তাক মেৰাই মৈদামত সুমাৱ, তাকে আৰি নিচানৰ আগত লৈ কব, এই এই কেৱল চালাদিন প্রধানৰ সেস আচে; জি ৰাজ্য, ৰজাবিলাকক জই কৰিলে, তাৰ ঐস্বৰ্জ এই ফটা কানি ফেৰা মাথোন । এই ইতিহাস লিখক জনে কৈচে, ময়ো আজি এতাল মাৰিত তোমোলাকৰ আটাই ইন্দ্রিয় সুখ, সংসাৰিক ধন, সম্পত্তি, মান্য, এই সকলো কেৱল এডোখৰ ফটা কানি বুলি মানিচোঁ, জিহেৰে অলপতে তোমাক মেৰাই গাতৰ ভিতৰত থব, আৰু বিক্রিয়াই কৈচোঁ, এয়া কেৱল তোমাৰ আত্মাক বেচি পালোঁ ।

ফিলিপ ৰজা এবেলি ওমলোতে বালিত পৰিল, পাচে উঠি আপোনাৰ আক্রিতিৰ চিন ৰহা দেখাত বিক্রিয়াই কলে, মই জি বৰ মনেৰে গোটেই প্রিথিবি পাবলৈ বাঞ্চা কৰিচোঁ, মই মৰিলে কিমান অলপ মাটিএ মোক ধৰিব !

আৰু এজন বাদস্যা এবেলি হাবা খাবলৈ ফুৰোঁতে এটা ফকিৰে মৰা মানুহৰ মূৰ এটা কোলাত লৈ ৰহি বৰ চিন্তা কৰা জেন দেখি, ইয়াৰ কাৰন তেঁও সুধিলে । তাতে ফকিৰে কলে, মহা ৰজা, আজি ৰাত্তি পুআ মোক এই মূৰ দিয়া হল, আৰু তেতিয়াৰে পৰা ভাবি আচোঁ, এই মূৰ তোমাৰ নিচিনা এজন সক্তিমন্ত মহা ৰজাৰ, নাইবা দুখিয়া মোৰ নিচিনা এটাৰ মূৰ আগেয়ে আচিল ।

এতিয়া ভাবি চোআ, আমাৰ সংসাৰিক ঐস্বৰ্জ বিভূতি মৰনেৰে সৈতে কি সমন্ধ আচে ।

জ. ট.

---

## এটা ন ভবা গননা ।

Curious Calculation.

এক সাগৰ সংখ্যা কিমান?

এই ১০০০০০০০০০০০০০০ সাগৰ বোলে, ইয়াক অলপ বেলিত তুলাপাতত কলমেৰে লিখিব পাৰি, আৰু তাতকৈও লগতে উচাৰন কৰিব পাৰি, কিন্তু এক দুই কৰি গনিবলৈ কাৰো সাধ্য নাই । জদি বোলোঁ, এক মিনিটত ২০০ গনিব পাৰা, তেনে হলে ঘণ্টাত ১২০০০ গনিবা । দিনে ৰাত্তি নি জিৰোআকৈ ২৪ ঘণ্টা গনিলে ২৮৮০০০ । বচৰেকত ১০৫১২০০০০ গনিবা, তেনে হলে এক সাগৰ সংখ্যা গনিবলৈ ৯৫১০০৮ বচৰ ১৩ দিন ২০ মিনিত লাগে । কিন্তু কোনোএ নি জিৰোআকৈ গনিব? সুবলৈ খাবলৈ দিনে দিনে ১২ ঘণ্টা জিৰালে ১৯০২০-১৬ বচৰ ২৮ দিন ৪০ মিনিত লাগিব । জ. ট.

## মৰণৰ ভই হোৱা কৰা এজনৰ কথা।

Of one who feared not Death.

হঙ্গাৰি দেশৰ এজন খ্রিষ্টিয়ান ৰজাই এদিন আপোনাৰ মনত বৰ বিয়াকুল পাইছিল, তেনেন্তে ৰজাৰ ভায়েকে তেঁওক সুধিলে, তোমাৰ মনত কিয় এনে চিন্তাৰে বিয়াকুল হৈছা? তাতে ৰজাই মাত লগাই কলে, হে ভাই, পৰম ইশ্বৰৰ আগত মই মহা অপৰাধি হৈছোঁ; সেই নিমিত্তে মৰন আৰু বিচাৰৰ সময়ত ইশ্বৰৰ সাখ্যাতে থিয় হব লাগিব, এই দুই কথাতে মোৰ মনত অতি ভই জনমিছে। তাতে ৰজাৰ ভায়েকে হাঁহি কলে, এনে বিলয়ত চিন্তা কৰা আপোনাৰ উচিত ন হই, ইয়াতে কেৱল মনৰ সুখহে গুচে। তাতে ৰজাই একো উত্তৰ ন কৰি ভায়েকক কুসলে বিদাই দিলে।

তেতিয়া সেই দেশত এনে ৰাজ আগ্যা আছিলে, ৰজাৰ চাউতাঙ্গে কোনো ঘৰৰ দুআৰ মুখত থিয় হৈ ভেঁৰি ৰজাই, সেই ঘৰৰ গিৰিহতেই বাহিৰলৈ ওলাই আহে, আৰু চাউতাঙ্গে তাকে ধৰি ৰাজ আগ্যা মতে প্রান দণ্ড কৰে। এই ৰূপে সেই দিনত দুপৰ নিসা জোআত ৰজাই চাউতাঙ্গক মাতি আনি তেঁওৰ ভায়েকৰ ঘৰৰ দুআৰ মুখত ভেঁৰি বজাবলৈ আগ্যা কৰিলে। তাতে চাউতাঙ্গ গৈ ভেঁৰি বজালত ৰজাৰ ভায়েকে ভেঁৰিৰ মাত সুনি আৰু চাউতাঙ্গকো দুআৰ মুখত থিয় হৈ থকা দেখি মহা ভই পালে. সেই কাৰনে অতি বেগেৰে আহি ৰজাৰ চৰনত পৰি এই ৰূপ কাকুতি কৰিব ধৰিলে, হে মহাৰাজ, আপোনাৰ আগত মই কি অপৰাধ কৰিলো? তেতিয়া ৰজাই উত্তৰ দি কলে, হে ভাই, মোৰ অহিতে তুমি একো দোস কৰা নাই; কিন্তু তুমি মোৰ চাউতাঙ্গক দেখি জে ইমান ভয়াতুৰ হলা, তেন্তে ইশ্বৰৰ আগত মহা অপৰাধি হোআত তেঁওৰ মহা সোধত থিয় হবলৈ ভই হব নে পাই নে? অৰ্থাত নিচয়ে ভই কৰিব পাই।

হে পৰ্হা লোক সকল, আমাৰ সকলোৰে কৰমৰ উত্তৰ দিবলৈ ইশ্বৰৰ মহা সোধ কৰা দিনত আমি তেঁওৰ আগত নিচয়ে থিয় হব লাগিব। এই হেতুকে সেই মহা ভয়ানক দিনৰ নিমিত্তে মনে মনে চিন্তা কৰি প্রতি জনৰ মনত ৰখা, এয়ে গিয়ানি লোকৰ উচিত কৰম জানিবা। ন. ন.

---

নিউতন পাদুৰি চাহাবে কৈছিল, বোলে, জেতিয়া মই স্বৰগ পাম, তেতিয়া মই তিনটা আচৰিত কথা দেখিবলৈ পাম। প্রথম, জিবিলাক কেতিয়াও তাত দেখিবলৈ মই আসা কৰা নাই, সেইবিলাকক দেখা পাম। দুতিয়, জিবিলাকক দেখা পাবলৈ মই আসা কৰিলোঁ, এনে কোনোবিলাকক দেখিবলৈ নে পাম। ত্রিতিয়, আৰু আটাইতকৈ জি আচৰিত, মই আপোনাকে তাত সোমোআ পাম।

## গিত।

Oh where shall rest be found

মই কত জিবনি পাঁও,
ক্লান্ত হৈ মনৰ বিস্রাম;
সাগৰ বা দিপৰ সিমালৈ
বিচাৰিলে নে পাম।

জি সুখ বিচাৰোঁ মই,
সংসাৰত নাই উত্পন;
আয়ুসৰ পাচত আয়ুস ৰই,
মৰনৰ পাচ মৰন।

সেই পৰম আয়ুসে
ক্রন্দন ন হব আৰ;
জি সুখ অনন্ত কাল থাকে,
প্রেমেই সেই সুখৰ সাৰ।

জি মৰন থাকিব,
তাৰ কেলেস ন দুকাই;
অহ, প্রানক কেনে জাতনা
বেৰি ধৰে সদাই।

হে ইশ্বৰ দয়াময়,
মোৰ জিহত প্রয়োজন,
অনুগ্রহ সক্তি দান কৰোক,
জেন সাৰিম সেই মৰন। ও.

## অনেক দেশৰ সম্বাদ

Journal of Events.

জি তিনটা নগা লোকে অহমিয়া মানুহক মাৰি ভকা দিছিল, সিইতক ১০ আগষ্ট তাৰিখত সিৱসাগৰত ফাঁচি দিয়া হল।

মান দেসৰ পৰা বাত্ৰা আহিছে, তাত থকা সকলো ফৌজে গোট খাই আছে, বাৰিখাৰ অন্তত বাট আদি সুকালে ঐৰাৱতিএ দি নাৱে আৰু বামেও উজাই গৈ আৱা ৰাজ নগৰত জুধ কৰিব। আৰু চিলট মনিপুৰৰ বাটে দিও সোমাবলৈ কম্পানিৰ ফৌজে আহিব বুলি সুনিচোঁ।

১৪ জুলাই তাৰিখত ৫ খন ভাপ জাহাজেৰে সৈতে ঐৰাৱতি নদিএ উজাই কম্পানিৰ সেনাবিলাকে প্ৰোম নগৰৰ ওচৰত এখন কোঁঠ পাই তাক আক্ৰমন কৰি ললে। তাত পালে পিত্তলৰ বৰ টোপ ১০ টা; আৰু লোহাৰ টোপ ২০ গোট। লোৰ্বোৰ নদিত পেলালে, পিত্তলবোৰ জাহাজত তুলি আনিলে। আৰু ডাঙৰ বনুআ নাও কেইবা খনো পালে।

কলিকতাৰ পৰা বাৰাকপুৰলৈ জোআ বাটত এজন আমেৰিকান মানুহে দিনে ৰাতিএ ঘণ্টাই পতি এক মাইল এক মাইল, এহেজাৰ মাইল ন হই মানে খোজ কাঢ়ি জাম, এই কথাত আৰি বান্ধি ৮ মাৰ্চ তাৰিখত জাবলৈ ধৰি; ১৯ এপ্ৰিলত সেই কৰম এঁটাই আৰিৰ খন পালে। কিন্তু এইমান ঘনে টোপনি ভাঙ্গি ভাঙ্গি জোআত বৰ দুখ পাই মৰাৰ নিচিনা হৈও আৰিত উঠিল।

কলিকতাত থকা ক্ৰবৌ নামে এজন পাদুৰি চাহাবৰ ওচৰলৈ এজন ডেকা হিন্দু মানুহ গৈ খ্ৰিষ্টিয়ান সিষ্য হবলৈ প্ৰাৰ্থনা কৰিলে। পাচে চাহাবৰ লগত থৰম সিকি সিকি এবচৰৰ মুৰত খ্ৰিষ্টিয়ান মণ্ডলিৰ ভিতৰত গ্ৰাজ্য হবলৈ থিৰ হলত তাৰ বাপেকে সুনি খঙ মনেৰে আহি পুতেকক মাতি আনি বেগতে ভিঙ্গিত ধৰি চেপি মাৰিৰ খুজিলে। সেই দিনাই অনেক লাঠি ধৰা মানুহক লগত লৈ আকও আহি কোনো কোনো চাহাব লোকে নিবাৰন ন কৰা হলে, তাক নি মাৰিহৈতেন।

আগষ্টৰ ২৯ তাৰিখত কলিকতাৰ আফলাত ইচাপুৰ নামে এখান ঠাইত দুজন লৰাই উমলি থাকোঁতে এটা কেঁটি সাপ দেখা পাই তাক ইটাৰে দলিয়াই আধা মৰা কৰিলে; পাচে ওচৰলৈ জোআত সাপে দুইটাক খুঁটিলে। পাচে মানুহ গোট খাই লৰাৰ মাকে কান্দি থকাত এটা মানুহে কটাৰিৰে দাৱৰ মুখ অলপমান কাদি তাতে মুখ দি চুপি চুপি বিস উলিয়ালে; পাচে দুটা লৰা জিলে।

বাৰন ৰেনকক্ক নামে এখান জাহাজত ৬০০ জন খেহ তুলি লৈ কালিফৰ্নিয়ালৈ জাবৰ নিমিত্তে ১৩ মেই তাৰিখত হঙ্কঙ নগৰ এৰি ১০ মাইলৰ বাট গলত কাপ্তান চাহাবে চই নলিয়া বন্দুক মাৰোঁতে অকস্মিতে আটাই নলি একে বাৰে ফুটি তেঁওৰ বাঁও হাত ভাঙ্গিলে। তাতে আৰু জাৰ নোআৰি দেৰাই পাবলৈ নগৰলৈ আকও উভতি আহিল।

চেস্তৰ নামে ইংৰাজি এখন জাহাজত নিলৰ ১৬০০ চন্দুক বোজা লৈ মক্কাট নগৰলৈ জাঁওতে ১৩ মেই তাৰিখৰ নিসাত বাচেলকৰা চটত লাগি বল। পুআতে আৰৰ লোকে অনেক নাৱেৰে আহি জাহাজত উঠি খন দিলে একআম বুলি কলে; কিন্তু ক্ৰমে ডকা দিবলৈ ধৰি জাহাজৰ জি জি বস্তু সকলোকে লুট কৰি নিলে।

জোআ বচৰৰ ভিতৰত প্ৰাই ১৫,০০০ খেহ লোকে আপোন দেস এৰি সোন খানিৰলৈ কালিফৰ্নিয়া দেসলৈ জাহাজবোৰত উঠি গল।

১৮৪৯। ৫০। ৫১, এই তিনি বচৰৰ ভিতৰত কুবা উপদিপলৈ ১৮,২৩৩ জন বন্দিক আফ্ৰিকাৰ পৰা আনি বেচিলে।

সিংহগৰ নগৰত থকা এজন চাহাবে মেই মাহৰ ৫ তাৰিখত এই কথা লিখিছে। আজি এঘণ্টা মান বেলি উঠাত মই পচিম ফাললৈ চাই মেঘৰ নিচিনা বৰ কুঁঅলি দেখিলোঁ; প্ৰথমতে তাত দুখন ধেনু আচিল, পাচে সি ঘুৰনিয়া হৈ মেৰ খালে। পাচে তাৰ সোঁ মধ্যত সূৰ্জৰ নিচিনা ডাঙৰ ৰঙা ফোঁট দেখা গল, আৰু ফোঁটৰ

মাজত মোৰ আপোন নকচা দেখিলোঁ। মই লাগুটি ধৰিলে, ততো ধাজে, জেই পোনে হাত মেলোঁ, ততো মেলে; পাচে গৰখিয়া এটাক ওচৰলৈ মাতি আনিলত তাৰো মুৰ্ত্তি সেই দৰে দেখা গল, আৰ্চিত দেখাৰ দৰে হৈছিল ।

গত জাৰ কালিত বৰ্দাইনগু প্ৰদেসত বৰ হিমৰ ওপৰত কোনো আচৰিত জন্তুৰ অনেক খোজ দেখা গল । সেই খোজ ঘোঁৰা পোআলিৰ নিচিনা, কিন্তু চাৰি ভৰি ন হই, দুই ভৰিয়া জন্তু, পোনে আগ পাচকৈ খোজ দি গৈচে, আন্দাজে কোনো চৰাইৰে খোজ; মাজে মাজে উৰি জোআৰ দৰে খোজ হেৰাই, পাচে আকও খোজ ওলাই, এই ৰুপে একে ৰাতিতে ২০ মাইল মানৰ বাট গৈচিল । খোজ প্ৰাই এবেগত বা এমুঠন আঁতৰ হই । কিন্তু এনে চৰাইৰ খোজ আগে পাচে দেখি জোআ নাই ।

জোআ বচৰত আমেৰিকা দেসৰ চোআলিৰ এখন পৰ্ঈা সালিত একনি গাভৰু চোআলি বৰ সাহ আৰু গিয়ান হোআত কোনো কথাত ভই নে খাই বুলি সকলোএ জানিলে । পাচে তাইৰ সখি একনিএ ৰঙ্গ কৰিবৰ নিমিত্তে মৰা মানুহৰ নিচিনা দিখল বগা কাপৰ এখন লৈ আৰু মুখত বগা মাটি সানি অকস্মাতে তাইৰ আগত দেখা দিলে । তাকে দেখি সেই চোআলিএ বিচৰ্ত্তি হৈ মাটিত পৰিল, পাচে ভক পাই উঠিল, কিন্তু সেই কালৰে পৰা বলিয়া হল ।

মিনিচতা প্ৰদেসৰ কাউৰি নদিৰ মুখত সিল হৈ জোআ ৪ টা মানুহ ৪ টা ঘোঁৰা পাইচে । কিমান দিনৰে পৰা তাত আচে কেওঁ নুবুজে; আন সিল কেনে টান, তেনে, কিন্তু জিয়াৰ নিচিনা আক্ৰিতি, মৰি সিল হোআতো একো লৰ নাই ।

ফিজি মাজুলিত থকা লৌৰি নামে একজন পাদুৰি চাহাবে লিখিচে, বোলে, এই ঠাইৰ মানুহবিলাক বৰ বাধাস । ৰাৰাতি নামে এক গামে মোক এসাৰি সিল দেখুআই বুলিলে, বোপায়ে মৰে জিমান মানুহ খালো, এই সিলবিলাক তাৰ লেখ । পাচে মই সেই সিলবোৰ লেখাত ৮৭২ হল ।

· আমেৰিকাৰ কোনোবিলাক প্ৰদেসত মদিৰা কিনিবলৈ আৰু খাবলৈকো নিসেধ কৰিলে; কোনোএ জদি সেই আগ্যা ভাঙ্গে, ধনৰ জৰিমনা কৰিব, এই নিৰ্ব্বন্ধ কৰিচে । ॥



## চেপ্তেম্বৰ, অৰ্থাত আহিনৰ পঞ্জিকা ।

Almanac for September, A. D. 1852, Sac 1774

| চেপ্তেম্বৰ | ভাদ | বাৰ | তিথি | দিনমান | চেপ্তেম্বৰ | আহিন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ৪ | ১৮ | ১২।৩৪ | ১৬ | ২ | ৫ | ৩ | ১২।১০ |
| ২ | ১৯ | ৫ | ১৯ | ১২।৩২ | ১৭ | ৩ | ৬ | ৪ | ১২।৮ |
| ৩ | ২০ | ৬ | ২০ | ১২।৩০ | ১৮ | ৪ | ৭ | ৫ | ১২।৬ |
| ৪ | ২১ | ৭ | ২১ | ১২।২৮ | | | | | |
| | | | | | ১৯ | ৫ | ১ | ৬ | ১২।৫ |
| ৫ | ২২ | ১ | ২২ | ১২।২৬ | ২০ | ৬ | ২ | ৭ | ১২।৩ |
| ৬ | ২৩ | ২ | ২২ | ১২।২৫ | ২১ | ৭ | ৩ | ৮ | ১২।১ |
| ৭ | ২৪ | ৩ | ২৩ | ১২।২৩ | ২২ | ৮ | ৪ | ৯ | ১২।০ |
| ৮ | ২৫ | ৪ | ২৪ | ১২।২২ | ২৩ | ৯ | ৫ | ১০ | ১১।৫৮ |
| ৯ | ২৬ | ৫ | ২৫ | ১২।২০ | ২৪ | ১০ | ৬ | ১১ | ১১।৫৭ |
| ১০ | ২৭ | ৬ | ২৬ | ১২।১৯ | ২৫ | ১১ | ৭ | ১২ | ১১।৫৫ |
| ১১ | ২৮ | ৭ | ২৭ | ১২।১৭ | | | | | |
| | | | | | ২৬ | ১২ | ১ | ১৩ | ১১।৫৪ |
| ১২ | ২৯ | ১ | ২৮ | ১২।১৬ | ২৭ | ১৩ | ২ | ১৪ | ১১।৫৩ |
| ১৩ | ৩০ | ২ | ২৯ | ১২।১৪ | ২৮ | ১৪ | ৩ | ১৫ | ১১।৫২ |
| ১৪ | ৩১ | ৩ | ১ | ১২।১৩ | ২৯ | ১৫ | ৪ | ১৬ | ১১।৫০ |
| ১৫ | ১ | ৪ | ২ | ১২।১১ | ৩০ | ১৬ | ৫ | ১৭ | ১১।৪৯ |

এই অৰুনোদই পত্ৰ যোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপা খানাতে মাহে মাহে চাপ কৰা হৈচে । আদিতে দিলে বচৰত দাম এটকা, চেৰৰ মুৰত দিলে ১॥ টকা ।

THE ORUNUDOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

N. BROWN, EDITOR.

*Printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Asam.*

# অৰুণোদই

৭ বচৰ। মোং সিৱসাগৰ, চেপ্তেম্বৰ, ১৮৫২। নম্বৰ ৯।

VOL. VII. SIBSAGOR, ASAM, SEPTEMBER, 1852. NO. 9.


## হিন্দু ধৰমৰ বিবৰন।

Religion of the Hindus.

হিন্দু সকলে জি জি পুথি ইস্বৰে দিয়া বুলি জানে, তাক সাস্ত্র বোলে। বিষ্ণুৰ অংসে অৱতাৰ হোআ জি বিয়াস, তেঁও আগৰ বেদ ভাঙ্গি ৰিগ, জজুৰ, সাম, আৰ্থৰ্ব, এই চাৰি বেদ লিখিলে। ৰিগ বেদ কবিতাকৈ লিখা হৈছে; জজুৰ সাধাৰন ৰূপে লিখা আছে; সাম বেদ গিত ৰূপ প্ৰাৰ্থনা; অথৰ্ব বেদত অনেক মন্ত্র প্ৰাৰ্থনা আছে। চাৰি বেদ সংস্কৃতেৰে লিখা হৈছে; ১১ খন পুথিত সম্পূৰ্ন বেদক এজন সেনাপতি চাহাবে ব্ৰিটিস্য মুচিয়ম, অৰ্থাত আচৰিত বস্তুৰ ভঁৰালত দিলে।

তাত বাজে উপবেদ নামেৰে আৰু চাৰি খন পুথি আছে, সেইবিলাকৰ নাম আয়ুৰ, ধনু, গন্ধৰ্ব, তণ্ড নিতি। তাত বৈদ্য, গানিকা,



ক্রিস্ন. বলোভদ্র. সুভদ্রা, এইবিলাকক জগনাথ বোলে



মতস্য কূৰ্ম্ম বৰাহ নৰসিংহ বামন

The Hindu Avatars—Fish, Tortoise, Boar, Man-lion, and Dwarf

নাচনি, বন কৰা, মন্দিৰ সজা, এই সকলো বিদ্যা লিখা আচে।

ইয়াৰ বাহিৰে বেদাঙ্গো আচে; তাৰ মাজত সিখ্যা, কল্প, ব্যাকৰন, সন্দেহ, জোতিস, নিৰুক্ত, এই চই ভাগ আচে। তাত বাজে উপাঙ্গ সাস্ত্ৰও আচে; তাৰ তিনি বিধ, পুৰান, ধৰম সাস্ত্ৰ, আৰু দৰ্সন। পুৰান হলে ১৮ খন, আৰু উপপুৰানো ১৮ খন আচে। পুৰানৰ নাম; ১, কালিকা পুৰান, অৰ্থাত কালিকা পাৰ্বতিৰ কথা; ২, ব্ৰহ্মাণ্ড পুৰান; ৩, ব্ৰহ্ম বৈবৰ্ত্তিক পুৰান, তাত দেৱতাবিলাকৰ উত্পন, আৰু গনেস, ক্ৰিস্ন, দুৰ্গাৰ কথা আচে; ৪, পদ্ম পুৰান, ৫৫,০০০ স্লোক, তাত পদ্ম ফুলৰ বিবৰন, আৰু বিষ্ণুৰ বৈনিএক লখ্মিৰ বিবৰন; ৫, অগ্ৰ পুৰান, ১৫,- ৫০০ স্লোক, তাত সকলো বিদ্যাৰ মুল; ৬, বিষ্ণু পুৰান, ২৩,০০০ স্লোক; ৭, সিৱ পুৰান, ২৪,০০০ স্লোক; ৮, লিঙ্গ পুৰান, ১১,০০০ স্লোক; ৯, স্কন্দ পুৰান, তাত সিৱ ভৱানিৰ পুতেক কাৰ্ত্তিকৰ কথা ওলাই; ১০, হৰিতালিকা আৰু সাবিত্ৰি ব্ৰত; ১১, উত্কল খণ্ড আৰু কাসি খণ্ড; ১২, নাৰদিয় পুৰান, ২৫,- ০০০ স্লোক; ১৩, মাৰ্কণ্ডেয় পুৰান; ১৪, ভাস্য পুৰান; ১৫, বায়ু পুৰান; ১৬, মত্স্য পুৰান, ১৪,০০০ স্লোক; ১৭, নৰসিংহ পুৰান; ১৮, ভাগৱত পুৰান, তাৰ ১২ খণ্ড পুথি, ১৮,০০০ স্লোক, তাৰ ভিতৰত ক্ৰিস্নৰ বিবৰন লিখা হৈচে; ফ্ৰান্সি আৰু জৰ্মানি ভাসাত এই পুৰানি তৰ্জমা কৰি চাপা হল।

আৰু পুৰানৰ লগত ৰামায়ন, মহা ভাৰত, এই দুই প্ৰধান কবিতা আচে। অজোধ্যাৰ ৰজা ৰামচন্দ্ৰৰ সকলো কথা বাল্মিকিএ লিখি ৰামায়ন ৰচিলে। মহাভাৰতত ১,০০,- ০০০ স্লোকতকৈ অধিক আচে; তাত ভৰত ৰজাৰ সন্তান হোৱা পাণ্ডু আৰু কুৰু, এই দুই ফৈদৰ সকলো ৰন বিগ্ৰহ লিখা হৈচে।

আৰু জি পুথি ধৰম সাস্ত্ৰ বোলে, তাক মনুএ লিখিলে, সকলো হিন্দু বিধান আৰু দস্তুৰ; দেৱতা আৰু স্ৰিষ্টি কৰাৰ কথাও তাতে লিখা আচে।

আৰু উপাঙ্গৰ ত্ৰিতিয় বিধক দৰ্সন বোলে। তাৰ মাজত নিয়াই সাস্ত্ৰ, আৰু সংখ্যা, মিমাংসা, এই তিনি সাস্ত্ৰ আচে।

হিন্দুবিলাকৰ মতেৰে দুটা প্ৰধান বস্তু পুৰুস প্ৰক্ৰিতি; পুৰুস বুলি ইস্বৰ, প্ৰক্ৰিতি বুলি স্ৰিষ্টি। ইস্বৰ নিৰাকাৰে অকলে থাকিবলৈ ইচা ন কৰি সাকাৰ হৈ প্ৰক্ৰিতি পুৰুস ৰুপ ধৰিলে; সেই নিমিত্তে সকলো স্ৰিষ্টি ক্ষন ইস্বৰৰ অংস বুলি বুজে। এই ৰুপে মানুহ জন্তু আদি ইস্বৰৰ পৰা বেলেগ হোৱাত নানা দুখ নানা জনম পাই। পোক পৰুৱা পৰ্জন্তে সকলো ৰুপে জনমে; কিচু ধৰমি হলে ভাল জাতত ওপজে, অধৰমি হলে হিন জাতিত বেয়া হৈহে জাই। পো নাতিএ পুন্য কৰম কৰিলে পোক পৰুৱাৰ পৰা উধাৰ পাই বুলি কই। আৰু জি জনে বৰ ভক্তি প্ৰেম কৰে, সি নিৰ্বান মুক্তি পাই, অৰ্থাত ইস্বৰত লই জাই।

আৰু বোলে, ইস্বৰ অকলে থকাত অসোভা



The Hindu Avatars—Persu Ram, Sri Ram, Krishno, Budh, and Kolki.

জেন দেখি স্ৰিষ্টি জেতিয়া কৰিবৰ ইচা হই, তেতিয়া প্ৰক্ৰিতিত বাজে ব্ৰুহ্মা, বিষ্ণু, সিৱ, এই তিনি ৰুপ ধৰিলে। পাচে সেই তিনিও একাৰ্নাও জলত তপস্যা কৰিচিল, তাতে প্ৰমান বুজিবৰ নিমিত্তে আদি প্ৰক্ৰিতিএ গেলা সৰ ৰুপ ধৰি তিনিৰো গালৈ গল। ব্ৰুহ্মা বিষ্ণুএ পানি ঢৌআই খেদিলে। সিৱৰ গালৈ গলত পানিতে পাৰি বহি তপস্যা কৰিলে, এই নিমিত্তে সিৱৰ ভাৰ্জা তেঁৱেই, আৰু সকলোকে জনমাইচে।

আৰু ইস্বৰৰ এই আগ্যা বুলি কই, ব্ৰুহ্মাই স্ৰুজে, বিষ্ণুএ খুআই পিন্ধাই পালন কৰে, সেসত সিৱই সংহাৰ কৰে। পাচে ব্ৰুহ্মাই মানুহ স্ৰুজোঁতে প্ৰথমতে মুখৰ পৰা ব্ৰাহ্মন, বাহুৰ পৰা খেত্ৰিয়, উৰুৰ পৰা বৈস্য, পাদৰ পৰা সুদ্ৰ; জল খেদি মাটি উলিয়াই এই ৰুপে মাটিৰ পৰা স্ৰুজা হল।

আৰু ইস্বৰৰ নাম এই ৰুপে লিখে; বিষ্ণুৰ অৰ্থে অ, সিৱৰ অৰ্থে উ, ব্ৰুহ্মাৰ অৰ্থে ম, এই তিনি আখৰ গোটালে ওঁ হই, সিৱৰ গুপুত কথা, প্ৰায়ে গায়ত্ৰিৰ নিচিনা।

আৰু হিন্দু সাস্ত্ৰত দহ অৱতাৰৰ কথা আছে, তাৰ মাজৰ ন অৱতাৰ গল, এক অৱতাৰ মাথোন আহিবলৈ আছে। সেইবিলাকৰ নাম আৰু কৰম এই।

১, মত্স্য অৱতাৰ। প্ৰলই জলেৰে পহু, পাখি, পহুআকে আদি কৰি সকলো নষ্ট হল, আৰু বেদ সাস্ত্ৰও হেৰাল। সেই সাস্ত্ৰ উলিয়াই আনিবলৈ বিষ্ণুএ বৰ ডাঙৰ মাচৰ দেহ ধৰি পানিৰ তলৰ পৰা বেদ উলিয়াই প্ৰিথিবিত প্ৰকাস কৰিলে।

২, কুৰ্ম অৱতাৰ। দেৱতা অসুৰ সকলে অম্ৰিত পাবৰ নিমিত্তে মন্দৰ পৰ্বতক মথনি তাঁৰ কৰি তাক বাসুকি সাপেৰে মেৰাই সাগৰক মথিবলৈ ধৰিলে; কিন্তু সেই পৰ্বত পানিৰ তল জোআত তাক কৰিব নোআৰিলে, পাচে দেৱতাবিলাকে উপকাৰৰ নিমিত্তে বিষ্ণুত প্ৰাৰ্থনা কৰিলেগৈ। তাতে বিষ্ণুএ আপুনি কাচ ৰুপ ধৰি আপোন পিঠিত সেই পৰ্বত তুলি দিলে, তাতে সিবিলাকে সাগৰক মথি অম্ৰিত উলিয়ালে। পাচে মোহিনি ৰুপ ধৰি তেঁও অসুৰবিলাকক ভোল কৰাত অকল দেৱতাবিলাকে অম্ৰিত খাবলৈ পালে।

৩, বৰাহ অৱতাৰ। প্ৰলই জলৰ পৰা প্ৰিথিবিক তুলিবলৈ বিষ্ণুএ বৰাহ মুৰ্ত্তি ধৰি অৱতাৰ হল। প্ৰিথবিক উধাৰ কৰিবৰ পাচে হিৰন্যাখ্য নামে জি বৰ বলৱন্ত অসুৰ আছিল, তাক তেঁৱে বিকট দাঁতেৰে চিৰি বধিলে।

৪, নৰসিংহ অৱতাৰ। হিৰন্যাখ্যৰ ককাই হিৰন্য কসিপু নামে আন জি এটা অসুৰ আছিল, ব্ৰুহ্মাই তাৰ তপস্যাত তুষ্ট হৈ, আকাস, প্ৰিথিবি, আৰু পানি, ইয়াৰ কোনো ঠাইত আৰু ৰাতি বা দিনত তোমাৰ মৰন ন হওক; আৰু মানুহ দেৱতা বা পহুএ তোমাক কোনো অস্ত্ৰ সস্ত্ৰেৰে নে মাৰোক; এই বুলি তাক বৰ দিলে। পাচে সি স্বৰগ, মৰ্ত্ত্য,

আৰু পাতাল আপোনাৰ ৰাজ্য কৰি সাসন কৰিবলৈ ধৰিলে। তাৰ পুতেকে বিষ্ণুক অতি প্ৰেম কৰাত বাপেকে অনেক সাস্তি দিলে, সেই কাৰনে পুতেকক ৰাখিবলৈ বিষ্ণুএ নৰসিংহ ৰুপ ধৰি সেই অসুৰক সন্ধিয়া বেলিকা আপোন উৰুত থৈ নখেৰে হিয়া বিদাৰি বধ কৰিলে।

৫, বামন অৱতাৰ। বলি নামে আন এজন অসুৰে স্ৰিষ্টি ধনক জিনি আপোন ৰাজ্য কৰিলে। তাতে দেৱৰাজ ইন্দ্ৰই বেজাৰ পাই নাৰায়নত আস্ৰুই লোআত বিষ্ণু বামন ৰুপে অৱতাৰ হৈ বলিত তিনি খোজ মাটি দান মাগিলে। ৰজাই তাক দিলত তেঁও ক্ৰমেৰে কায়া বাঢ়ি ডাঙ্গৰ হৈ এভৰিএ প্ৰিথিবিক এভৰিএ স্বৰগক জুৰি সকলোকে ললে; পাচে বলিএ গৰুডৰ দোআৰাই অনেক সাস্তি পাই সি খোজলৈ আপোনাৰ মুৰ পাতি দিলত বিষ্ণুএ তুষ্ট হৈ তাক পাতালত ঠাই দিলে।

৬, পৰসুৰাম অৱতাৰ। পাচে খেত্ৰিয় বংসি ৰজা সকলে বামুনবিলাকক হিংসা কৰাত বিষ্ণু পৰসুৰাম নামে অৱতাৰ হৈ জিমান খেত্ৰিয় ক্ৰমে ক্ৰমে জনমে, সেই সকলোকে আপোন কুঠাৰেৰে নষ্ট কৰি প্ৰিথিবিক একৈচ বাৰ ফুৰি নিখেত্ৰি কৰিলে।

৭, স্ৰি ৰাম অৱতাৰ। আৰু সাস্ত্ৰত লিখে, লঙ্কা দিপৰ অসুৰৰ ৰজা ৰাৱনক বধিবলৈ স্ৰি ৰাম অৱতাৰ হল। তেঁও হনুমন্ত সুগ্ৰিয় আদি বান্দৰবিলাকক লগত লৈ আপোনাৰ ভাৰ্জা সিতাৰ নিমিত্তে জুধ কৰি ৰাৱনক বধিলে। পাচে ৰনত মৰা বাণ্ধসৰ তিৰোতাবোৰক সেই সেই বান্দৰবিলাকে লৈ মুকুলা ৰৰনিয়া মানুহ জাতিক ওপজালে; পাচে ৰামে সিইতক বৰ দি পচিম কালৰ মাজুলিবিলাকলৈ পঠাই গিয়ান বিদ্যা সিকাবলৈ বিস্বকৰ্মক পাঁচিলে।

৮, স্ৰি ক্ৰিষ্ণ অৱতাৰ। হিন্দু মতেৰে স্ৰি ক্ৰিষ্ন সম্পূৰ্ন ৰুপে বিষ্ণু অৱতাৰ হৈছিল; কিন্তু কোনোএ ক্ৰিষ্নক দহ অৱতাৰৰ মাজত নি লিখে; পৰ্সুৰাম, স্ৰি ৰাম, হলিৰাম, এই তিনি ৰাম বুলি লিখে। ক্ৰিষ্নই দুষ্ট ৰজাবিলাকক সংহৰিবলৈ আহিল।

৯, বোধ অৱতাৰ। এই নৱম অৱতাৰৰ কথাত সাস্ত্ৰে কই, দিৱোদাস নামে কাসিৰ ৰজাই চাৰি বেদৰ মতে আচৰাত সিৱই তাৰ ৰাজ্য পাবৰ ইচা কৰিও পাব নোআৰিলে। সেই নিমিত্তে সিৱই বিষ্ণুৰ আগত নিবেদন কৰাত, বিষ্ণু অৱতাৰ হৈ চাৰি বেদৰ অহিতে এটা নতুন সাস্ত্ৰ উলিয়াই কাসিৰ ৰজা প্ৰজা সকলোকে ন পথে চলোআত ৰজা আপোন ৰাজ্যত থাকিব নোআৰিলে। সেই বুধিৰে সিৱই বিষ্ণুৰ ক্ৰিপাত কাসি ৰাজ্য পালে।

১০ কল্কি অৱতাৰ। আৰু ভাগৱতত লিখিছে, ইয়াৰ পাচে বিষ্ণু কল্কি অৱতাৰ হৈ আৰু এবেলি প্ৰিথিবিলৈ আহি সকলো দুষ্টবিলাকক নষ্ট কৰি আকও বেদৰ সত্য ধৰম থাপনা কৰিব।

হিন্দু মতে প্ৰিথিবিৰ মাজতে মেৰু পৰ্বত আচে। মেৰুৰ তলে সাতাল, ওপৰে সাতাল, ১৪ তাল ভেদি আচে। আৰু তাৰ তিনটা টিঙ্গত ব্ৰহ্মা, বিষ্ণু, সিৱ, এই তিনি দেৱতাৰ ব্ৰহ্ম লোক, বৈকুণ্ঠ, কৈলাস, এই নামেৰে তিনি থান আচে বুলি কই। আৰু প্ৰিথিবিৰ মাজতে জম্বু গচ, তাৰ নামেৰে জম্বুদিপ বোলে; আৰু তাত বাজে প্লখ্য, সালমলি, ক্ৰৌঞ্চ, কুস, সাক, পুস্কৰ, দু দুগুন বহল ঘুৰনিয়া হৈ এইবিলাক দিপো আচে। আৰু দিপৰ মাজে মাজে লোন সাগৰ, ইখু, সুৰা, সৰ্পি, দধি, দুগ্ধ, জল, এইবিলাক সাগৰো ঘুৰনিয়া হৈ আচে। আৰু মেৰুৰ চাৰিও কালে আঠোটা ঢোকা পৰ্বতো আচে।

হিন্দুবিলাকৰ মাজত ৰথ জাত্ৰা, সতি জোআ, চৰক পুজা, এইবিলাক দস্তুৰ আচে। বামুন মৰিলে মুখত জুই দি পোৰে; দহ দিন পিণ্ড দি আঘেৰে দিনত সৰাধ কৰে; এই দৰে মাহে মাহে বচেৰেকলৈকে কৰম কৰে। পাচে তাৰ জিৱত্মা পাপ পুন্যৰ ফলেৰে স্বৰগ বা নৰক গামি হই। আৰু লগুন দিয়াত ন পুৰুসৰ নামে সৰাধ কৰি তেহে দিএ; তাকে ন কৰিলে ভাল ৰুপে বামুনৰ লগুন ন ৰই বুলি জানে।

## তিৰ্থৰ জাত্ৰা।

Wanderings of a Pilgrim--From the Bengali

৪ অধ্যা;

### হয়গ্ৰিৱ, মাধৱ, আৰু কেদাৰনাথৰ বিৱৰন।

পৱাৰ।

অচম দেশতে আছে হাজো নামে গ্ৰাম,
সেই থানতো মুৰ্ত্তি এক হয়গ্ৰিৱ নাম;
পৰ্ব্বতৰ ওপৰত তাহাৰ মন্দিৰ
থাপনা কৰিছে, মুৰ্ত্তি তাহাৰ ভিতৰ;
সদ্ৰিস জগনাথৰ তাহাৰ প্ৰতিমা,
দুয়ো হাত কটা তাৰ জানিবা উপমা।
সেৱা অৰ্থে বাস কৰে অনেক ব্ৰাহ্মন,
চলি খন লই তাতো কামাখ্যাত জেন;
ইসবেও সেই ৰূপে পাণ্ডা নাম ধৰে,
কিন্তু সক্তি তাৰে ইথানত নাহি কৰে।
কুমাৰিও আত নাহি, নাহি চাগ কটা,
তাতোকৈও বৰ দুষ্ট আছে এক কথা;
বহু বেস্যা তিৰি আছে জাত্ৰি মন মোহে,
পাল ক্ৰমে নাচ কৰে দেৱ মুৰ্ত্তি কোসে।
ঘৰ মাজে থাকি সদা স্বধৰ্ম আচৰে,
গ্ৰিহস্থৰ মতে সব গ্ৰিহ কাম কৰে;
বেস্যা কৰ্ম কৰিলে অসুচি নো বোলই,
জি হেতু ব্ৰাহ্মনে সি সবৰ হাতে খাই;
সেই সব বিভিচাৰি দুষ্ট নাৰিগন
ব্ৰাহ্মনৰ পাসে থাকে সদা সৰ্ব্বখন;
ওলোটাই বান্ধে কেস, কৰে নানা ভেস,
নিতে গান কৰি নাচে অসেস বিসেস।
সিইতৰ মাজে এক বাদ্যক থাকই,
তাকৃধিন্তাক্ তাকৃধিন্তাক্ কৰি মৃদং বজাই।
সিইতৰ নাচ কিছু কৰোঁ নিবেদন,
তাজি ঘোঁৰা লাকে লাকে চলই জেমন;
দেখিলে সি সব কথা আছে বৰ হাঁহি,
বৰুপতে নাৰিগন দেখোঁতে ৰূপহি।
কি কৈমোহো জেন অলঙ্কাৰ তাসম্বাৰ,
মুৰ্খ লোকে সু বুজিৰ পণ্ডিতৰ ভাৱ;
জিকি মিকি কৰে বৰ দেখোঁতে সোভন,
সুললিত গান কৰে মোহে অতি মন;
সকলোকে জনাবলৈ কৰিলোঁ জতন,
এই হেতু লিখোঁ মই তাৰ এক গান।

গান।

আমাৰ চুত্তৰেৰ মাজে কোৰা দিয়া হানেৰে
গৌৰাঙ্গ,
জসোদা মা বানি বোলে গোপাল গৌৰা পৰে-
ৰে গৌৰাঙ্গ।

অৰ্থ।

মোৰ চিত্ত মাজে বৰ্চা গৌৰাঙ্গ হানিছে,
জসোদা গোপাল বুলি বাৰ্গৰি পৰিছে।

পৱাৰ।

এহি মতে নিত্য গান কৰি ৰঙ্গ ৰৱ,
নিলাজ হৈয়া নাচে, নে লাগে ভাগৰ।
অপেৰৰি বুলি কই ব্ৰাহ্মন সকলে,
হিন্দু সাস্ত্ৰে দেখুআই প্ৰমান বিচাৰিলে;
বোলে, স্বৰ্গে আছে গন্ধৰ্ব্বাদি নাৰিগন,
সিইতৰ উপমাহে জানিবা কাৰন।
জত জাত্ৰিগন জাই দৰ্সন কাৰনে,
পইচা হেতু টনা টানি কৰে বেস্যাগনে;
কেৱে হাত ধৰে টানি, কেৱে ধৰে কেস,
পইচা নি দিলে তাক দিএ বহু ক্লেস;
ব্ৰাহ্মনৰ আগতে সি সব নাৰিগন
সবিলৰ বস্ত্ৰ টানে পইচাৰ কাৰন।
এহি ৰূপে দুষ্ট নাৰি কৰে ফোঁটা পোটা,
সভাৰ মাজত কাকো কৰে উলঙ্গটা;
দেখিচোঁ তিৰ্থৰ মাজে এহি দুৰাচাৰ,
আৰু বহু কৰ্ম কৰে তাৰ নাহি পাৰ।
জি সবে দৰ্সন কৰে, ব্ৰাহ্মনে বোলই,
শ্ৰীখেত্ৰ গমন ফল সেহি জনে পাই;
জগনাথ দৰ্সন কৰিলে হই ত্ৰান,
সেই হেতু নিতে জাই বহু জাত্ৰিগন।
এনে ৰূপে লোকে কই, জাত্ৰা কৰোঁ বলা,
কিন্তু মিচা কথা মাত্ৰ কাঠৰ পুতলা।
তাহাৰ ওচৰে আছে সিৱ কেদাৰনাথ,
বহু দুৰ ন হই সি পোআ ক্ৰোচ পথ;
পৰ্ব্বতৰ ওপৰত তাহাৰ মন্দিৰ,
ওচৰতে আছে তাৰ পুখুৰি গম্ভিৰ;
মন্দিৰ মাজতে সিৱ মুৰ্ত্তি বান্ধে বেৰি,
সিৱৰ তুলনা কাচ ৰাখিছে পুখুৰি।
মহনা বুলিয়া তাক সকলে মাতই,
সেয়ে স্বয়ং সিৱ বুলি ব্ৰাহ্মনেও কই।

ইখানতো পুৰ্বমত আচে বেস্যা তিৰি,
ব্ৰাক্ষন সকলে ধন লই চল কৰি;
দৰ্সনৰ পুজা ভেঁটি অনেক দস্তুৰি,
জাত্ৰিৰ হাতৰ ধন লই বহু হৰি ।
চাউল, কলা, ঘ্ৰিত, চেনি, উপহাৰ নানা,
সৰ্ব পাণ্ডাগনে লই ভোজন দখিনা;
তাৰ পাচে পুখুৰিলৈ নিএ জাত্ৰিগন,
চাগ কাটি ত্ৰিপুৰাসি কৰাই ভোজন ।
এহি মতে হৰে ধন, সুনা তাৰ ফন্দ,
আচৰ্জ কৰম দেখাই লগাই বৰ ধন্দ;
বোলে, নিজ হাতে জদি খুআবা সিৰক,
তাৰ পুন্য ফলে পাচে জাবা স্বৰ্গ লোক ।
চাগ নতু পাৰ জাত্ৰিগন হাতে দিয়া,
এটাহ্ পাৰি মাতে কাচ মহনা বুলিয়া ।
সেহি ৰূপে সিকি আচে অনেক বচৰ,
লোভে বস হৈয়া আহে পুখুৰি ওপৰ;
ওপৰে উটিয়া কাঁচ জন্তু আদি লই,
দেখিয়া অগ্যানি লোকে বিস্বাস কৰই ।
ভোজন কৰোআ হলে ব্ৰাক্ষনে জাত্ৰিক
বোলে, বহু দান কৰা ব্ৰাক্ষন লোকক;
কৰালা নিজ হাতেৰে সিৰক ভোজন,
তুমি বিনে পুন্যৱন্ত নাহি কোনো জন ।
জাৰ হাতে নাহি খাই তাহাক বোলই,
বহু পাপ আচে তোৰ জানিবি নিচই;
সেই হেতু সিৰে নাহি খালে হাতে তোৰ,
নিজ ভাগ্য জান তই অমঙ্গল বৰ;
এই হেতু বোলোঁ আমি কৰিও গ্ৰহন,
কৰা দান আদি তুমি পুজিও ব্ৰাক্ষন;
আৰু কৰা জগ্য হোম সিৰৰ কাৰনে,
পাপ খেমা হব, পাচে খাবহি আপোনে ।
দুয়ো পোনে লাভ লই ব্ৰাক্ষন সকলে,
তিৰ্থ জাত্ৰি লোকক পেলাই বহু ভুলে;
কি নো ধৰ্ম কৰ্ম মই একো নে দেখিলোঁ,
পইচাৰ সব্দ সদা কানতে সুনিলোঁ;
জি খানত জাঁও মই দেখোঁ এহি ৰিতি,
বিচাৰিয়া বুজা সবে কি নো ধৰ্ম নিতি?
দুই তিৰ্থে দুই জন সবাৰ ওপৰে,
অন্য পাণ্ডাগন জত তাৰ সেৱা কৰে;
বুলিয়া গোঁসাই তাসম্বাক কৰে মান,
সাসন কৰিয়া থাকে সবাতো প্ৰধান;
ৰজা ভাৱে সিবিলাকে কৰে ব্যৱহাৰ,
সঙ্গত আৰ্দলি চলে নিচান্ আদি তাৰ;
দেৱান মহৰি থাকে তাসম্বাৰ কাসে,
বিচাৰ কাৰনে জেন ৰহে চাৰি পাসে;
নিষ্ঠুৰ নিৰ্দয়া অতি পৰ ধন হৰা,
তাহাৰ সমুখে থাকে এক হোকা খৰা;
অহঙ্কাৰে পুৰ্ন সিতো, কথা নাহি সুনে,
সম্ৰুৰ সদ্ৰিস ৰহি থাকে সৰ্বখানে ।
জাত্ৰি লোকে কৰে স্তুতি, নো বোলে বচন,
আপোনাকে সদা ভাৱে কৰি সৰ্বোত্তম ।
গ্ৰিহ বাস কালে মই তথাতে গৈচিলোঁ,
দেখি পাণ্ডা সকলৰ চৰনে ধৰিলোঁ;
মোৰ সঙ্গে মাতামহি তিৰ্থত চলিল,
তাক দেখি মুখ্য পাণ্ডা আনন্দিত হৈল ।
তিৰি লোক গলে পাই বহুতৰ ধন,
হৰিসিত হৈলা পাণ্ডা সেহিসে কাৰন;
একোকে নে জানে অগ্ন তিৰি মতিগন,
ব্ৰাক্ষনৰ ক্ৰোধ ভয়ে কৰে অৰ্থ দান ।
নে জাই ঘৰত তিৰি ন কৰি দৰ্সন,
ইহাক জানই মনে সেহি পাণ্ডাগন ।
কত মতে বুজালোঁহো নু সুনে বচন,
অৰ্থৰ কাৰনে লুভি হৈল সৰ্বজন;
এই হেতু ধৰিলোঁহো দুষ্টৰ চৰন,
তথাপিতো নে মানিলে মোহোৰ বচন;
আমাক বুলিলে বাক্য বিকট বদনে,
এক সত টকা লৈবো দৰ্সন কাৰনে;
জদি ইচা আচে, তেন্তে কৰিবা দৰ্সন,
নতু পুনৰপি ঘৰে কৰিও গমন ।
সেসতে একৈচ টকা লৈলন্ত দুৰ্জনে,
তেতিখনে দিলে আগ্যা দৰ্সন কাৰনে ।
সকলো জাত্ৰিৰ প্ৰতি কৰে এহি ৰিতি,
ধন নে পাইলে কথা নু সুনে দুৰ্মতি ।
ৰাতি কালে নিতে নিতে সেহি সব নাৰি
পাল ক্ৰমে গোঁসাইৰ থাকে সেৱা কৰি ।
লোকে বোলে, কন্যাগনে পুজে চৰনত,
সেই হেতু থাকে ৰাতি গোঁসাইৰ খানত;

কিন্তু তাৰ ঘৰ মাজে দুই প্ৰানি বিনে,
লোমাৰ নোআৰে তাত অন্য কোনো জনে ।
এহি সব দেখি আটো আপোন চকুতে,
তাক বিবৰিব মই নোআৰোঁ লাজতে;
সংখেপ কৰিছে মই লিখিলোঁহো সাৰ,
এহি কথা সত্য তাৰে কৰিলোঁ প্ৰচাৰ ।
এনে দেৱ পুজাত ন হব কোনো ধৰ্ম,
এই হেতু তিয়াগ কৰি ভজা পুৰ্ন ব্ৰহ্ম ।
অচম দেসৰ তিৰ্থ জেনে দেখিলোঁহো,
জতন কৰিয়া তাক মই লিখিলোঁহো ।
বিচাৰিয়া দেখা সবে, এহি কেনে ধৰ্ম ?
জি সকলে দেখি আছে, জানে তাৰ কৰ্ম ।
মোৰ নিবেদন কথা মনত গুনিয়া,
নিজ নিজ গিয়ানে তাই দেখাহা ভাবিয়া;
মিচা দেৱ দেবি, আৰু মিচা তিৰ্থ কল,
আস্রুই কৰিলে তাত হব অমঙ্গল;
এনে মিচা ভক্তিত নাহিকে পৰিত্ৰান,
কিন্তু তাত হব সেসে বৰ অপমান ।
এই হেতু ভ্ৰুম এৰি হোআ গিয়ানৱন্ত,
চইতানৰ মায়াত ন হবা আৰু ভ্ৰান্ত ।
কৰজোৰে বোলোঁ মই মিনতি কৰিয়া,
ভজা যিচু খ্ৰিষ্ট পদ মনে বিস্বাসিয়া;
এৰা, এৰা, এৰা সবে মিচা দেৱগন,
পৰকালে উধাৰৰ কৰিও জতন;
ভাবি দেখা, আয়ুসৰ ক্ৰমে হৈছে সেস,
ন ভজিলে যিচু খ্ৰিষ্ট হবা সৰ্বনাস;
স্বৰ্গ জাত্ৰা হেতু লোআ পথৰ সম্বল,
নতুবা পৰকালত হব অমঙ্গল;
স্বৰ্গপুৰে সাঁচি থোআ ধৰ্ম ৰুপ ধন,
অসাৰ বস্তুৰ প্ৰতি নি দিবাহে মন ।
জি হেতু এই সকলো বস্তু নাস হব,
জি কালত প্ৰভু যিচু জগতে আহিব;
জগতৰ সেস দিনে এক মহা দুত
ভয়ঙ্কৰ তেঁৰি তেঁৰে বজাৰ অদ্ভুত ।
তাহাতে সকলো মিত্যু উঠি ততিখ্যন,
নিজ নিজ আত্মা যুক্ত হব প্ৰতি জন;
জগত আদিৰ পৰা জত জত নৰ
সবে উঠি থিয় হব প্ৰভুৰ গুচৰ ।
অগ্নিএ কৰিলে দগ্ধ, জলতে মৰন,
মৈদামত থোআ, নতু জলতে মগন,
সকলো প্ৰকাৰে জেয়ে হৈছিলে সংহাৰ,
নিজ দেহ ধৰি উঠিবেক পুনৰ্বাৰ ।
সুৰ্জ চন্দ্ৰ তৰাগন সব নষ্ট হব,
প্ৰিথিবি কঁপিব, পাপি পৰ্বতে পলাব ।
পাপ পুন্য জেয়ে জি কৰিলে ইহলোক,
তাহাৰ উত্তৰ দিব সৰ্ব নৰ লোক;
দেখাতে বা গুপুততে মনৰ অন্তৰে
ৰাতি দিনে আদি কৰি জেনে চিন্তা কৰে;
প্ৰভুৰ দ্ৰিষ্টিত হৈছে সকলো প্ৰকাস,
সাস্ত্ৰে বোলে, এহি কথা কৰিবা বিস্বাস;
জি হেতুক তেঁৰে প্ৰভু সৰ্ব অন্তৰ্জামি,
মনৰো ভাবনা জানে জগতৰ স্বামি ।
সকলোৰে বিচাৰ কৰিব সেহি দিন,
উপজুক্ত প্ৰতিফল দিব সনাতন ।
ইৰবে জাতিৰ কথা একো নু সুধিব,
সৰ্ব কৰমৰ কথা মাত্ৰ বিচাৰিব;
জাৰ পাপ, তাৰ সাপ হৈবেক হে ভাই,
সৰু, বৰ, বিপ্ৰ, সুদ্ৰ, একো ভেদ নাই ।
দখিনতে ধৰমি সকলোকে ৰাখিব,
পাপি বাঁও হাতে ৰাখি এই ৰুপে কব
আঁহা, মোৰ পিত্ৰিৰ প্ৰেমৰ পাত্ৰগন,
সুখ ভোগ কৰিওক স্বৰগৰ থান ।
ধৰ্ম পথে চলি জত পাইছিলা ক্লেস,
তাৰ হেতু ভুঞ্জা সুখ অসেস বিসেস ।
স্বৰ্গিয় দুতৰ সঙ্গে মন হৰিসিত
ভুঞ্জা সুখ পিন্ধি সদা অধই মুকুট ।
এহি ৰুপে ধৰ্মিগন স্বৰগত জাব,
তেঁওৰ সঙ্গে বাস কৰি আনন্দে থাকিব
অনন্তৰে পাপিগন প্ৰতি ক্ৰোধ কৰি,
বুলিব সবাকো, জবে দুষ্ট দুৰাচাৰি;
অনন্ত নৰক মাজে গৈয়া কৰ বাস,
জতে আছে চইতান, আৰু তাৰ দাস ।
এহি মতে সিইতকো নৰকত পঠাব,
ঘোৰ অন্ধকাৰ মাজে জাতনা ভুঞ্জিব ।
সেহি দিনে পাপিগন ন হব উধাৰ,
কেৱল নৰক সাস্তি হব হাহাকাৰ ।
সে চাব কাহাৰো মুখ, দায়া ন কৰিব,
সত্য ৰুপে সকলোৰে বিচাৰ কৰিব ।

এই হেতু বোলোঁ মই, মোৰ বাক্য ধৰা,
ভজি য়িচু খ্রিষ্ট পদ পাপ সিন্ধু তৰা;
সংসাৰৰ সুখ ভোগে ন কৰিবা মন,
আৰু নে সাঁচিবা তুমি বহুতৰ ধন;
জিৱনৰ কালত ইশ্বৰ সেৱা কৰা,
সকলো তাৰত সদা সুকর্ম্ম আচৰা;
পৰ তিৰি, পৰ ধন ন কৰা হৰন,
মিচা কথা ন কহিবা কাহাবো কাৰন;
নিজ পিত্রি মাত্রি জানি কৰা সমাদৰ,
অকাৰনে ন বধিবা জিৱ মানুহৰ;
নিৰর্থক ন লয়োক ইশ্বৰৰ নাম,
সপ্তম দিনক স্মৰি কৰিবা বিস্রাম;
ইশ্বৰৰ বিনে তুমি কাকো নে মানিবা,
স্বর্গে মর্ত্ত্যে কাৰো পুত্তলাক নু পুজিবা;
আপোনাৰ দৰে প্রেম কৰা সর্বজন,
ইশ্বৰ বুলিয়া নে মানিবা দেৱগন;
তিয়াগ কৰা কাম, ক্রোধ, আৰু অহঙ্কাৰ,
সাস্ত্রে বোলে, ইশ্বৰৰ আগ্যা এহি সাৰ।
পুনৰ জনম হব লাগে সকলোৰে,
পিত্রি, পুত্র, ধর্ম্মাত্মা, এই তিনিৰো গুনেৰে;
সি ন হলে মন সুখ কদাচো ন হই,
জত পুন্য আর্জে সব হব পাপমই।
পুনৰ জনম পালে সুখ হই মন,
তাহাতে লোমাৰ ধর্ম্ম আত্মাৰ কিৰন;
তাৰ পৰা হব আৰু গিয়ানৰ উদই,
পাপ, পুন্য, সকলো জানিব সমুদাই;
তেঁওৰ সক্তি বলে পাপ দমন কৰিব,
তিয়াগ কৰি পাপ, ধর্ম্ম পথতে চলিব;
মনৰ ভিতৰে হব ভক্তিৰ উদই,
তাহাত জন্মিব পাপ কৰমত ভই।
এহি ৰুপে কর্ম্ম হলে, হই পৰিত্রান,
তেহে মৰনৰ পাচে পাবা স্বর্গ থান।
কৰজোৰে কৰোঁ মই, বিনই কৰিয়া
সবে মানা মোৰ সত্য বচন সুনিয়া;
খ্রিষ্ট বিনে কোনো থানে নাহিকে উপাই,
তেঁৱেহে পাপিৰ নাথ জানিবা সবাই।
তেঁৱে অতি দায়াতুৰ পাপিৰ কাৰন
সেই হেতু কৰে দান আপোনাৰ প্রান।

ন. ল. ৰু.

## য়াকোব, নাইবা গোট খোআ।

Lesson X.—Jacob, or the Meeting.

পাচে য়াকোবে তেঁওৰ মোমায়েক লাবানত কলে, বহু দিন মই তোমাৰ খাটনি কৰিচোঁ, এতিয়া মই আপোনাৰ ঘৰলৈ জাব খোজোঁ। কিন্তু লাবানে তেঁওক জাব নি দিলে, আৰু নির্দয়া ৰুপে তেঁওলৈ আচৰন কৰিব ধৰিলে, এই কাৰনে য়াকোবে আৰু অধিককৈ ঘৰলৈ জাব খুজিলে।

এবেলি য়াকোবে পথাৰত মেৰ চাগ ৰাখি থাকোঁতে, এঠাইত পৰি টোপনি গলত এটা সপোন দেখিলে। তাতে ইশ্বৰে মাতি কলে, তোমাৰ ঘৰলৈ পিত্রি মাত্রিৰ ওচৰলৈ জোআ, মই তোমাৰ লগত হম।

পাচে সাৰ পাই ৰাহেল আৰু লিয়াক মাতি আনিবলৈ এটা চাকৰ পঠালে, কিয়নো তেঁও সিহঁতৰ লগত কথা হবলৈ ইচা কৰিলে। আৰু তেঁও সিহঁতক কলে, মোৰ পিত্রিৰ ঘৰলৈ ঘুৰি জাবলৈ ইশ্বৰে মোক এটা সপোনৰ দোআৰাই কৈচে।

তেতিয়া ৰাহেল আৰু লিয়াই কলে, বাৰু, আমি তোমাৰ লগত জাম।

পাচে য়াকোবে আপোনাৰ তাম্বু ঘৰ আৰু কাপৰ কানি বস্তু জি আচিল, সকলো গোটাই বুগুত কৰি বান্ধি উট গাধবিলাকৰ ওপৰত তুলি দিলে। আৰু এখাৰে পুত্রে সৈতে দুই ভার্জ্জাকো উটৰ ওপৰত তুলি দিলে, চাগ মেৰ চাগ গৰু গাধ উটবিলাকক চাকৰবিলাকে খেদাই নিবলৈ কলে; এই দৰে সিবিলাকে জাত্রা কৰি জাবলৈ ওলাল।

য়াকোবে জোআ লাবানে নে দেখিলে, কিয়নো য়াকোবৰ তাম্বু লাবানৰ ঠাইৰ ওচৰ ন হই; পাচে য়াকোব গল বুলি লাবানে সুনি বৰ খঙ হৈ, য়াকোবৰ পাচত খেদি গৈ উভতি আহিবলৈ মিনতি কৰিলে, কিন্তু তেঁও ন গল।

কিনান দেসলৈ য়াকোবে উভতি জাবলৈ ভাল পালে হই, কিন্তু এক বিসয়ত তেঁও বৰ ভই পালে; কিয়নো এচৌএ তেঁওক বধিব খোজা তেঁওৰ মনত পৰিল। তেঁও ভই পালে জানো

পাচে এচৌএ আহি তেঁওক আৰু তেঁওৰ তিৰোতাবিলাকক বধেহি ।

পাচে অলপতে এচৌএ চাৰি স মানুহে সৈতে অহা য়াকোবে সুনিলে, তেতিয়া তেঁওক মাৰিবলৈ আহিচে বুলি ভাবি ইস্বৰলৈ প্ৰাৰ্থনা কৰি কলে, বোলে, হে ইস্বৰ, তুমি মোলৈ দায়ালু হলা, আৰু ভালে মান সম্পত্তি দিলা, এচৌএ আহি মোক, মোৰ তিৰোতা আৰু মোৰ সন্তানবিলাকক দুখ দি নি দিবা, তুমি মোক ৰখ্যা কৰিবলৈ অঙ্গিকাৰ কৰিলা । ইস্বৰে য়াকোবৰ প্ৰাৰ্থনা সুনিলে ।

য়াকোবে আপোনাৰ মনতে ভাবিলে, বোলে, এচৌক দায়ালু ৰুপে আচৰন কৰা দেখাবলৈ মই এটা ভেঁটি পঠাম । এই কাৰনে ভালেমান চাগ, মেৰ চাগ, উট, গৰু, গাধ লৈ চাকৰবিলাকে আগত খেদাই নিবলৈ কলে, আৰু এইবিলাক ভেঁটি বুলি এচৌক কবলৈ দিলে । সেই ৰাতি য়াকোবে ইস্বৰৰ আগত প্ৰাৰ্থনা কৰি থাকিলে ।

ৰাতি পুআ তেঁও চকু তুলি চাই চাৰি স মানুহে সৈতে এচৌক অহা দেখিলে । য়াকোবে তাক দেখি ন পলাল, কিন্তু এচৌৰ ওচৰলৈ গল, আৰু তাঁওতে সাত বেলি মাটিলৈ মুৰ দোৱাই সেৱা কৰিলে ।

আৰু এচৌএ নো কি কৰিলে?

সি লৰি গৈ য়াকোবৰ ডিঙ্গিত সাবটি ধৰি চুমা দিলে, আৰু সিইঁত দুয়ো ক্ৰন্দন কৰিলে, এচৌৰ মন ইস্বৰে অধিক মৰমিয়াল কৰিলে ।

য়াকোবে আপোনাৰ ককায়েকক মৰমিয়াল হবৰ দেখি কিমান আনন্দিত হল, সি দায়ালু হবলৈ য়াকোবে ইস্বৰলৈ প্ৰাৰ্থনা কৰিচিলে, আৰু ইস্বৰে তেঁওৰ প্ৰাৰ্থনা সুনিলে ।

এচৌএ চাই, ৰাহেল, লিয়া আৰু সকু সন্তানবিলাক দেখি সুধিলে, এইবিলাক কোন?

য়াকোবে কলে, এইবিলাক মোৰ সন্তান, ইস্বৰে বৰ দায়ালু হৈ মোক দিলে । তেতিয়া ৰাহেল, লিয়া, দাসিবিলাক, আৰু লৰাবিলাকে মাটিত মুৰ লগাই সেৱা কৰিলে, আৰু আটাইতকৈ সৰু জি ৰাহেলৰ পুত্ৰ য়োচেফ, সিও সেৱা কৰিলে ।

তেতিয়া এচৌএ য়াকোবত কলে, মই ভালেমান চাগ, মেৰ চাগ, গৰু লগ পালোঁ, সেইবিলাক কেলেই তোমাৰ আগত পঠাইচা?

য়াকোবে কলে, সেয়া তোমালৈ ভেঁটি পঠালোঁ ।

এচৌএ কলে, মোৰ ভাই, মোৰ অধিক আচে, সেইবিলাক তোমাৰ আপোনাৰ নিমিত্তে ৰাখা ।

য়াকোবে কলে, অনুগ্ৰহ কৰি মোৰ ভেঁটি লোআ, কিয়নো ইস্বৰে মোকো অধিক দিচে, আৰু সি লবলৈ য়াকোবে ইমান মিনতি কৰাত সেসত ললে । এচৌএ য়াকোবক কলে, আঁহা, আমি একে লগে জাত্ৰা কৰোঁহক, নাইবা মই আগ হৈ জাম ।

কিন্তু য়াকোবে কলে, তোমাৰ নিচিনাকৈ মই লগতে জাব নোআৰোঁ, কিয়নো মোৰ লগত সৰু লৰাবিলাক, চাগ, মেৰ পোআলিবিলাক আচে, জদি এদিন আমি সিইঁতক বৰকৈ খেদাঁও, সিইঁত মৰিব । এই কাৰনে য়াকোব এচৌৰ লগত ন গল ।

তেতিয়া এচৌএ আপোনাৰ বহু দুৰত থকা ঘৰলৈ গুচি গল কিয়নো এচৌএ কিনান দেসত বাস ন কৰে, কিন্তু য়াকোবে কিনান দেসত থাকিবলৈ ভাল পাই দেখি তাতে থাকিল । এতিয়া দেখা, ইস্বৰে অঙ্গিকাৰ কৰাৰ দৰে য়াকোবক কিনান দেসলৈ উভতি আহিব দিলে । জি সান্তনা দিয়া সপোন মই তোমাক কৈচিলোঁ, তাক য়াকোবে পাহৰা নাই, তেঁও আকও এবেলি তালৈ গল । সেই ঠাই চিনি পাবলৈ জি সিলেৰে এটা দল সাজিচিল, তাতে এটা ভেঁটি সাজি, জি জনে তেঁওলৈ ইমান দায়ালু হল, সেই পৰম ইস্বৰলৈ নৈবেদ্য উচৰগ কৰিলে । ইস্বৰে অঙ্গিকাৰ কৰাৰ দৰে তেঁওক আহাৰ আৰু কাপৰ দিলে, আৰু তাৰ বাহিৰেও ভালেমান আন বস্তু দিলে, কিয়নো ইস্বৰে তেঁওক ভাৰ্জা, লৰা, দাস আৰু তাকবিলাক দিলে, আৰু তাৰ ককায়েকক তেঁওলৈ মৰমিয়াল কৰিলে, আকও কিনান দেসলৈ উভতি আহিব দিলে, য়াকোবে ইস্বৰক অধিক প্ৰেম কৰিলে আৰু এই সকলো দায়াৰ নিমিত্তে তেঁওক সেৱা কৰিলে ।

মোৰ প্ৰিয় লৰাইত, তোমোলাকলৈ ইশ্বৰৰ মৰমিয়াল হোআ নাই নে? আহাৰ কাপৰ আদি জি জি বস্তু তেঁও তোমোলাকক দিচে, সেই সেই দহ বাৰে বস্তুৰ নাম কোআচোন? কেতিযাবা লোকে তোমোলাকলৈ নিৰ্দয়া হোআত তেঁও সিইঁতক তোমোলাকলৈ দায়াল্লু কৰিলে; তুমি ইশ্বৰক কিমান অধিক প্ৰেম কৰিব পোআ।

---

## ৰুমিয়া ৰজাবিলাকৰ আখ্যান।

The Roman Empire, from Constantine to Pope Gregory VII.

ৰজা কনস্তান্তাইনৰ সময়ৰ পৰা সপ্তম গ্ৰেগৰি নামে ৰুমিয়াৰ প্ৰধান ধৰম অধিকাৰৰ সময়লৈকে, অৰ্থাত তিনি স পঁচিচ সঁকৰে পৰা এক হেজাৰ তেসতৰ সঁকলৈকে জি জি ঘটিচিল, তাৰ বিবৰন এই।

য়িচু খ্ৰিষ্টৰ ধৰম ৰূপ জি সৰু নদি নিস্তাৰ পৰ্বৰ পঞ্চাস দিন অবধি য়িৰুচালেম নগৰৰ পৰা বৰলৈ ধৰিলে, সেই নদি লাহে লাহে আঁৰু বহল আৰু দ হৈ অনেক নলাই প্ৰিথক প্ৰিথক হৈ আপোন জিৱন দিয়া পানি চাৰিও ফালে বলে। আৰু সেই দুটা তিনটা নলাই ইমান বাঢ়িল, জে সিইঁতো বৰ বৰ নদি হল। তাতে সেই নদিৰ দাঁতিত বাস কৰাবিলাক, পাচে দেস সকল জলপ্লাবিত হই, ইয়াকে ভাবি জিহতে সিইঁতৰ পানি বাঢ়িব নোআৰে, এনে কঠিন উপায়েৰে তাক নিবাৰন কৰিবলৈ চেষ্টা কৰিলে। কিন্তু সিইঁতে সেই সকলো নদিক সুকুআব নোআৰিলে, কাৰন সেই সকলো নদিৰে ৰুমিয়া লোকৰ সকলো ৰাজ্য বিয়াপিবলৈ জি ইশ্বৰৰ পৰা নিজোজন কৰিচিল, তেঁও থিৰ হোআতে সেই নদিৰ সোঁত গুচিবলৈ জি সকল বান্ধ দিচিল, সেই সকলো একেবেলিএই ভাঙি গল। কিন্তু দাঁতিৰ ওচৰৰ চাপৰিৰ মাটি নদিৰ বেগ সোঁতৰ দোআৰাই ভগা হোআত নদিৰ পানি ঘোলনি হৈ গল। আৰু বান্ধ সকল ভাঙিবৰ পাচত সেই দেস বুৰিলত সেই নদিৰ পানি বহুত মলিন হল। আৰু গতিৰ ঠাইত পানি থিৰ থকাত বেয়া বতাহ হব ধৰিলে। এনে হলতো তথাপি নদিৰ ভিন্ন দিয়া পানিৰে পিআহ গুচাবলৈ ভিবিলাকে বাঞ্চা কৰিচিল, সিইঁত নিৰ্মল, আৰু নদি, আৰু সেই সকলৰ মুল ঠাই কত, ইয়াক প্ৰতিতি কৰা হলে অসন্যে জানিব পাৰিলেহেঁতেন।

জি জনে বান্ধ সকল ভাঙি সকলো ঠাইত সেই নদিৰ পানি চলালে, তেঁও কনস্তান্তাইন ৰজা। তেঁও আপোন পিত্ৰি কনস্তান্তিয়ৰ ঘৰত প্ৰথমে য়িচু খ্ৰিষ্টৰ ধৰম কেতিয়া সুনিচিল, তেতিয়া তেঁও তাতে বৰ মন দিয়া নাই, কিন্তু পাচে তেঁও অতি আচৰ্জ সক্তিৰ আআৰাই খ্ৰিষ্টৰ ধৰম গ্ৰাজ্য কৰিব লগিয়া হল। এই বিসয়ে ইউচেবিএ এই দৰে লিখে, জে ৰুমিয়া ৰাজ্যৰ ওপৰত ৰাজ দ্ৰোহি মাক্চেন্তিয়ৰ লগত জুঁজৰ সময়ত ৰজা কনস্তান্তাইন আপোন ৰাজ্য গুচে বুলি ভই হৈ, জেতিয়া অনাদি ইশ্বৰৰ আগত পৰি প্ৰাৰ্থনা কৰিচিল, সেই দুই ভাৰতে আকাসত অতি তেজৰ দিপ্তিৰ মাজত, "ইয়াতে জই হোআ," এনে লিখা এটা পেৰেঙ্গনি প্ৰকাস হল। তাক দেখি তেঁও আৰু তেঁওৰ সেনাবিলাকে আচৰিত গিয়ান কৰিলে। আৰু এনে লিখিচে, সেই ৰাতিত ৰজা এই সপোন দেখিলে, জে য়িচু খ্ৰিষ্টে এটা পেৰেঙ্গনি হাতত লৈ, তেঁওক দেখি কলে, "তুমি এই পেৰেঙ্গনি চিন লোআ।" কনস্তান্তাইন ৰজাই তাক মান্য কৰি সেই সময়ৰে পৰা আপোনাৰ সেনাবিলাকক পেৰেঙ্গনি চিন দিলে। কিমান দিনৰ পাচে বৰ ৰনত মাক্চেন্তিয় সম্পূৰ্ন ৰূপে পৰাজই হল, এই ঘটনা ৩১২ তিনি স বাৰ সঁকত হল। বিবৰন সঁচা কি মিচা, জি হওক, কিন্তু ইয়াক নিচই কোআ জাই, তেঁও সেই সময়ৰে পৰা খ্ৰিষ্টিয়ান মণ্ডলিক ৰখ্যা কৰিবলৈ জতন কৰিলে। আৰু খ্ৰিষ্টিয়ান লোকবিলাকে নিৰ্ভই হৈ আপোনাৰ ধৰমত জেন চলিব পাৰে, আৰু সিইঁতৰ ওপৰত কোনেও জেন তাৰনা কৰিব নোআৰে, এনে আগ্যা তেঁও এক বচৰৰ পাচত প্ৰকাস কৰিলে। তিনি স পঁচিচ সঁকত তেঁও সত্ৰুবিলাকক জই কৰি সকলো দেসৰ এক অধিকাৰ হল। তেতিয়াৰে পৰা খ্ৰিষ্টৰ ধৰম

আন ধৰমতকৈ বৰকৈ বাঢ়িল। খ্রিষ্টিয়ান লোকবিলাকৰ জি সকলো বস্তু লুট কৰি আনিচিল, তাক কনষ্টান্টাইন ৰজাই ওভোতাই দিলে। তাৰ পাচে ঠায়ে ঠায়ে ইস্বৰৰ সেৱাৰ্থে অনেক মন্দিৰ সাজিলে, সপ্তম দিনক উত্তম ৰূপে পালিবলৈ আগ্যা দিলে, আৰু জিমান সক্তি আচিল, সিমান মণ্ডলিক উপকাৰ কৰিলে, তেঁও ধৰম সাস্ত্র মন দি পৰ্হ্ক্রে আৰু আপুনি সজা কনষ্টান্তিনপল নগৰৰ মাজত তেঁওৰ জি পৰিঘৰ আচিল, তাতে আপোন পৰিয়ালে সৈতে প্রার্থনা কৰে, আৰু আপোনাৰ সেনাবিলাকক প্রার্থনা কৰিবলৈ দিএ। ৩৩৭ ত্রিনি স সাতত্রিচ সঁকত তেঁও ম্রিত্যুৰ অলপ আগেএ বাপ্তাইজ অর্থাত বুৰ দিয়া হল। বাপ্তাইজ হোআৰ পাচত বগা কাপৰ নি পিন্ধি বুৰ পোআ হবলৈ ইচা কৰা মানুহবিলাকৰ জি মিহি কাপৰ, তাকে পিন্ধিচিল। খ্রিষ্টিয়ান মণ্ডলিৰ সান্ত্বনা প্রথমে তেঁৱেই কৰিচিল, এই কাৰনে সিইঁতে তেঁওৰ নাম সদাই সুঁৱৰি আচিল।

কিন্তু সেই ৰজাই বৰ বেগেৰে আপোন ৰাজ্যত খ্রিষ্টিয়ান ধৰম বৰ্হাবৰ মনেৰে চল কৰি, দেও পুজকবিলাকৰ অসন্তোস গুচাবৰ নিমিত্তে সিইঁতৰ অনেক পুৰনি মন্তৰ, বিহু আদি কৰি সংসাৰিক কৰম খ্রিষ্টিয়ান ধৰমেৰে মিহলি কৰাত তাৰ যোআৰাই ধৰম ভ্রষ্ট কৰা হল, আৰু সেসতে পাপা গুৰু সকলে প্রায়ে দেও পুজকৰ নিচিনা হৈ গল।

তেঁওৰ পুত্র দ্বিতিয় কনষ্টান্টাইনে সকলো ঘৰবিলাক বন্ধ কৰি এই আগ্যা দিলে, জি জি বিলাকে দেও পুজা কৰিব, সিইঁতৰ প্রান দণ্ড কৰা হব। তেঁওৰ পাচে হোআ অধিকাৰ জুলিয়নে বিপৰিত বুধিৰে প্রতিমা পুজা কৰিবলৈ পুনৰাই থাপন কৰি আগ্যা দিলে, দেও পুজা কৰাবিলাকে আপোন আপোন মন্দিৰ আৰু মান মৰ্জ্জতা আগৰ দৰে কৰোক। তাৰ পাচে জুলিয়নে ৰাজ কৰম সকলো দেও পুজকৰ হাতত সমৰ্পন কৰিলে; আৰু খ্রিষ্টিয়ান লোকবিলাকক তেঁও জে ঘিন কৰিচিল, তাক প্রকাস কৰিলে। তেঁও বৰ দুষ্ট আচিল, এই কাৰনে খ্রিষ্টিয়ানবিলাকক প্রকাস ৰূপে তাৰনা ন কৰিলে; কিন্তু তেঁওৰ সাসন কৰাবিলাকে জেতিয়া খ্রিষ্টিয়ান লোকক তাৰনা কৰিলে, তেতিয়া তেঁও তাৰ কাৰন একো মন ন কৰিলে। আৰু য়িচু খ্রিষ্টলৈ তাৰ এনে ইচা আচিল; লুকে লিখা সুভ বাত্রাৰ ২১।২৪ পদত প্রভুৰ জি ভবিস্যত বাক্য লিখা আচিল, তাক মিচা কৰিবলৈ য়িৰুচালম পুনৰাই সাজিবলৈ মন কৰিলে। কিন্তু সি জাৰ কথা মিচা কৰিবলৈ উপাই কৰিচিল, তেঁও তাতকৈও বলৱন্ত, এই কাৰনে তেঁওৰ আসা নিস্ফল হল। কিয়নো লোকবিলাকে জেতিয়া সেই মন্দিৰৰ ভেঁটি কৰিবলৈ ইচা কৰিলে, তেতিয়া মাটিৰ পৰা জুই ওলাই তাৰ সেই কাম কৰিব নোআৰে; তাৰ ভেঁটি কাটিবলৈ গলে বেলিএ বেলিএ সেই ৰূপ হোআত সেসত সিইঁতে সেই কামৰ পৰা ভাগৰ পালে। তাৰ কিচু দিনৰ পাচত সেই জুলিয়ন ৰজাই পাৰ্চি লোকৰ বিৰোধে জুধলৈ জোআতে তেঁও মৰিল। তেঁওৰ ৰজা হোআ কিচু কম দুই বচৰ আচিল। কোআ আচে, জে সেই জুধত তেঁও মৰিব লগিয়া হৈ স্বৰগলৈ আপোনাৰ তেজৰ হাত তুলি আসা ভঙ্গ হোআ বুজি খঙ্গেৰে বিঙিয়াই কলে, হে গালিলিয়, অর্থাত হে য়িচু, তুমি জই হলা।

তাৰ পাচৰ অধিকাৰিবিলাকে ৪০০ স বচৰলৈকে খ্রিষ্টিয়ান লোকক ৰখ্যা কৰিলে, আৰু দেও পুজা কৰাবিলাকক তাৰনা কৰিলে। দেখা, এই আচৰিত, জে অলপ দিনৰ মাজতে এনে হল; সেই সময়ৰে পৰা প্রভুৰ ধৰম আটাই দেসত বিয়াপি গল, আৰু আবিচিনিয়া পাৰ্চি, আৰ্মেনিয়া, জৰ্জিয়া আৰু গথ দেসলৈকে তাৰ সিমা হল। পাচে জৰ্মানিবিলাকৰ মাজত সেই গথ দেসিবিলাকে লাহে লাহে বলটিক সমুদ্রৰ পৰা বিলাক সমুদ্রলৈকে বিয়াপিল। সিইঁতে দামুব নদি পাৰ হৈ লুট কৰাত ৰুমিয়া লোকে অনেক দিনলৈ সিইঁতৰ পৰা ভই পালে। কিয়নো প্রাই সকলো ৰুমিয়া ৰজাই ২০০ সঁকৰে পৰা কনষ্টান্টাইন ৰজাৰ সময়লৈকে সেই গথ লোকৰ লগত বৰ জুধ কৰিচিল। ৰজা

কন্‌ষ্টান্তাইনে ৪০ হেজাৰ গথ লোকক সেনা লগত সিইঁতৰ সত্ৰুৰ পৰা ৰখ্যা পালে। সেই উতৰ দেসিবিলাক দখিন দেসি লোকৰ লগত সেই দৰে বেলিএ বেলিএ মিল হোআত জি ধৰম ৰূপ খেদ সেই সময়ত ৰোম দেসত বিয়াপিচিল, তাকে সিইঁতে পালে। আৰু লুঠ জাত্ৰা কৰি জিহতে সিইঁতৰ দেসত মঙ্গল হই, এনে গুপুত ধন আপোন দেসলৈ আনিলে; অৰ্থাত সেই সময়ত জই হোআ লোকৰ পৰা জি খ্ৰিষ্টিয়ান লোকবিলাক পলাল, সিবিলাকে সিইঁতক সুভ বাত্ৰাৰ অমুল্য ধন জনালে। জি জনে জৰ্মানি লোকবিলাকৰ প্ৰথম ধৰম উপদেসক আচিল, আৰু জৰ্মানি ভাসাৰ আখৰ কৰিচিল, আৰু গথিয়া ভাসাত ধৰম পুস্তক তৰ্জমা কৰিলে; সেই উল্‌ফিলা সেই পলোআ লোকৰ মাজত আচিল। সেই সময়ত আন উতৰ দেসি পৰিয়ালে, অৰ্থাত আলানি, বান্দাল, হেৰুলি আদি কৰি লোকবিলাক দখিন দেসলৈ আহি গথিয়া লোকৰ ওচৰত বাস কৰিলে। এই দৰে অস্ত্ৰগথ আৰু বিচিগথ, অৰ্থাত পুব দেসি আৰু পচিম দেসি গথ বুলি প্ৰকাস হল। কিচু দিনৰ পাচে অৰ্থাত ৩৭০ সঁকত অস্ত্ৰগথৰ মাজত খ্ৰিষ্টিয়ান লোক প্ৰথমে তৰিল। সিইঁতৰ ৰজা হৰ্মানিকে খ্ৰিষ্টিয়ান লোকবিলাকৰ ওচৰলৈ এটা গথিয়া প্ৰতিমা আনি কলে, জদি তোমোলাকে ইয়াক পুজা ন কৰা, তেন্তে তোমোলাকক আপোন আপোন তাম্বুৰ লগতে পুৰিম। পাচে তেঁও খ্ৰিষ্টিয়ানবিলাকক ৰোম দেসলৈ খেদাই দিলে। এই ঘটনাৰ দুই তিনি বচৰৰ আগেএ অৰ্থাত ৩৪৩ সঁকত জি পাৰ্চি দেসত খ্ৰিষ্টৰ ধৰম অতিসই বিয়াপি গৈচিল, সেই ঠাইতো সিইঁতৰ বৰ টান জাতনা হল। সেই তাৰনা ৪০ চলিচ বচৰলৈকে আচিল। আৰু সেই সময়ৰ বিবৰন কৰাই ইয়াকে লিখিচে, অসংখ্য সামান্য মানুহ এবি, ১৬০০০ হেজাৰ ধৰম অধিকাৰ আৰু ধৰম উপদেসক নাস হৈচিল। তাৰ পাচে ২০০ স বচৰলৈকে সিবিলাকে তাৰনা পালে। কিন্তু ইমান তাৰনাতো মচলমান মানুহে নষ্ট কৰাতকৈ আগেএ পাৰ্চি দেসত খ্ৰিষ্টিয়ান আচিল, ইয়াতে জনা জাই, পাৰ্চি দেসত সুত বাৰ্ত্তা অতিসই ৰূপে প্ৰকাস হৈচিল।

অস্ত্ৰগথ লোকবিলাকৰ মাজত খ্ৰিষ্টিয়ান লোকবিলাকে জিমান তাৰনা পাইচিল, বিচিগথবিলাকৰ মাজত সিমান তাৰনা পোআ নাই। সেই উলফিলা জিয়াই থাকোঁতেই সেই লোকৰ অধিকাৰ ক্ষিতিগৰক বাপ্তাইজ হোআ দেখিলে। অলপ কালৰ পাচে পচিম ফালে এনে পানি উঠিল, জে তাতে খ্ৰিষ্টৰ ধৰম একেবেলিএই নষ্ট হব; কিন্তু সেয়ে ন হই, কেৱল বাৰ্হিল; অৰ্থাত পোনে দুই স সঁকৰ পৰা প্ৰাই পোনে চাৰি স সঁকলৈকে উতৰ দেসৰ লোকবিলাকে সকলো ইউৰপ আৰু আফ্ৰিকাৰ উতৰ ভাগ লাহে লাহে বেৰি ধৰাত সকলো দেসৰ থিতি স্বভাও একে বেলিএই বহিত হল। জিবিলাকে আক্ৰমন কৰি ৰাজ্যৰ সকলো পচিম ভাগ বিয়াপিচিল, সিইঁতে বিলাক সমুদ্ৰলৈ আহিচিল। গথিয়া লোকবিলাকে প্ৰথমে বেৰি ধৰিচিল, সিইঁতে আহি ৰোম দেসৰ উতম ভাগলৈকে বিয়াপিচিল। পাচে জেনেকৈ এটা ঢৌ আন কিনাৰত লাগিলে আন আন ঢৌ তাৰ ওপৰত জাপ খাই পৰে, তেনেকৈ এক দেসৰ মানুহ আন দেসৰ লোকৰ ওপৰত জাপ খাই পৰিল, আৰু ইউৰপৰ পচিম ভাগলৈকে বিয়াপি জিব্ৰলতৰ সুঁতি পাৰ হৈ আফ্ৰিকা দেসৰ উতৰ ভাগতো বিয়াপিল। জি জনে আপোন ৰাজ্যৰ পুব আৰু পচিম দুই ভাগ বেলেগ কৰি আৰ্কেদি আৰু হনৰি নামে দুই পুত্ৰক দিচিল, সেই থিওদতি ৪০০ স সঁকত মৰিল; পাচে আলাৰিক নামে জি বিচিগথৰ ৰজা সুন্দৰ আৰু ফলদায়ক, ইতালি দেস লৰলৈ বেৰি ধৰিলে সি পৰাজই হোআতে সেই বিপদৰ পৰা ৰখ্যা পোআতে চোৰবি, অস্ত্ৰগথ, আলানি, বান্দাল, বৰ্গন্দি, এই সকল দেসৰ মানুহ ৰাদাগাইচ নামেৰে সেনাপতিৰ লগত উতৰ ফালৰ দেস বেৰি ধৰিলে। সিইঁতে বেৰি ধৰা প্ৰথমে ৰুমি লোকে নিবাৰন কৰিব নোআৰিলে; কিন্তু পাচে ইশ্বৰৰ পৰা ভই পোআ হৈ আপেনাইন বৰ পৰ্বতলৈ পলাই গল; সেই ঠাইত ৰুমিয়া লোকে বেৰি ধৰাত

কোনো কোনো ভোকতে মৰিল, কোনো কোনো ধৰা পৰিল। তাতে সিইঁতৰ মাজত ইমান অধিক লোক পলোআত বন্দি ৰুপে বেচিব-লৈ পঠালে; কেৱল এটা সোনৰ মোহৰত এক এক দেসৰ লোক বেচা হল। কিন্তু ৰুমিয়া দেসিবিলাকলৈ ইস্বৰৰ জি দণ্ড থকা ক্রোধ, সি অলপ বেলি মাথোন ৰৈছিল। ৪০৮ সঁকৰ পৰা ৪১০ সঁক্ষ মাজত ৰজা আলাৰিকে ইতালি দেসক তিনি বেলি বেৰি ধৰিলে। সে-সত ৰোম নগৰ জই কৰি জুই আৰু তৰোআল আৰু লুট কৰাৰ দোআৰাই নষ্ট কৰিলে; কিন্তু খ্রিষ্টিয়ান লোক আৰু সিইঁতৰ মন্দিৰো ৰখ্যা পালে। সেই সময়ত চোএবি, বান্দাল, আলানি, বর্গন্দি, আৰু আন জর্মানি লোক ফৰিঙ্গৰ জাকৰ দৰে ফ্রাঞ্চ দেস বেৰি ধৰি আপোন আপো-নাৰ আগতে জি জি পালে, তাকে নষ্ট কৰিলে। আৰু ৰাইন নদিৰ দাঁতিতে জি উত্তম নগৰবি-লাক, তাক পুৰি হেজাৰ হেজাৰ খ্রিষ্টিয়ানক তৰোআলেৰে বধ কৰিলে। পাচে সিইঁত ইস্পা-নিয়া দেসলৈ আহি লোকবিলাকক সেই দৰে দুখ দিলে; আৰু প্রধান প্রধান ধৰম অধিকাৰক আৰু ধৰম উপদেসকবিলাকক নষ্ট কৰি খ্রিষ্টি-য়ান মণ্ডলিক চিন ভিন কৰিলে। পাচে জি সকল দেসক সিইঁতে জই কৰিছিল, তাক গুটি বুজুআ কৰি ভাগ বাঁটি ললে। তাতে চোএবি আৰু বান্দাল লোকবিলাকে ফ্রাঞ্চ দেস, আৰু আলানিবিলাকে পর্তুগাল দেস, আৰু আন জর্মা-নি দেস পাই আপোন দেসতে বসতি কৰিলে। অলপ দিনৰ পাচত বিচিগথ লোকবিলাকে ফ্রাঞ্চ দেস সক্তিমন্ত ৰাজ্য কৰি বান্দাল আৰু আলা-নি লোকবিলাকক ইস্পানিয়া দেসৰ পৰা খেদাই দিলে। সিইঁতে জেঞ্চেৰিক নামেৰে সেনাপতিৰ লগত ইস্পানিয়াৰ সমুখত থকা আফ্রিকা দেস পাই কার্থাগো নগৰলৈকে উত্তৰ পচিম ভিৰত থকা দেসক অতি কঠিন ৰুপে নষ্ট কৰিলে। আৰু এনে সৰহ ৰাজ্য হল, জে চিচিলি আৰু চার্দিনিয়া আৰু কর্চিকা মাজুলিলৈকে সিইঁতৰ ধন হল।

ম।ৰ।ক্র

## হিত উপদেস।

Good Counsel.

খ্রিষ্টৰ পাচে জোআবিলাকৰ কেতিয়াবা সং-সাৰত মান মহত্ত্ব আৰু ঐস্বর্জ বিভূতি পাবলৈ মতলিয়াৰ দৰে হই। কিন্তু হাই হাই, সিবি-লাকক জি জনে নৰকৰ জাতনাৰ পৰা কিনিলে, তেঁও আপোনাৰ মুৰ ৰাখিবলৈ জগতৰ মাজত ঠাই নে পালে, তেঁও আন মানুহৰ আলহি ঘৰত জনমিল, আৰু সেসত লোকৰ মৈদামতে থোআ হল। তেন্তে হে তেঁওৰ পাচত স্বর্গিয় নগৰলৈ জাত্রা কৰা লোক, তোমোলাকেও সেই ৰুপে কৰা। জদি তেঁওৰ পাচত জোআ হৈছা, তেন্তে তেঁওৰ খোজ কত পৰিছে, তাকে বিচাৰা। তোমোলাকৰ প্রভুৰ খোজ কত আছে জানা নে? তেন্তে সুনা, আৰু চকু মেলি চোআ। নম্র মন, এই এটা তেঁওৰ খোজ, সকলোৰে হিত কৰোঁতা, সত্রুৰ নিমিত্তে প্রার্থনা কৰোঁতা, দা-য়ালু, পাপি লোকৰ উধাৰত তৃপ্তি পোআ, পা-পি আৰু পাপৰ পৰা প্রিথক, নিচিদুকৈ প্রার্থনা কৰোঁতা, এই সকলোএই তেঁওৰ খোজ, সেই খোজতে তোমোলাকো চলি জোআ।

---

জি মানুহে সদাই পাপত মগ্ন হৈ থাকি মৰনৰ সেসত সুখ পাবলৈ ইচা কৰে, সি আ-পোনাৰ পথাৰত বন গুটি সিঁচি পাচে ভঁৰালত ধান চপাবলৈ আসা কৰা মানুহৰ নিচিনা হই। জিটে পথাৰত বন গুটি সিঁচে, সি দাবৰ কা-লত ধান দাবলৈ পাব নে? সেই ৰুপে পা-পক ভাল পোআ মানুহে সুখ পাবলৈ ইচা কৰিলেও সেসত কেৱল পাপৰ গুটি জি অনন্ত নৰকৰ জাতনা, তাকেহে ভুগিবলৈ পাব।

---

কালৰ পাখি আছে, সেই কাৰনে সি জি জনৰ পৰা আহে, তেঁওলৈকে প্রতি নিমিসে তোমাৰ সকলোৰে বাত্রা লৈ জাই। হাই হাই, সক-লো দিনতে জিবিলাকৰ পৰা অমঙ্গলৰ অর্থাত পাপ কৰমৰ বাত্রা দিএ, সিবিলাকৰ কেনে সন্তাপ।

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

নগাঁও জিলাত ১৩ অক্তোবৰ তাৰিখত শ্ৰী মান ঘিনাই লাইনচ পেক আৰু শ্ৰীমতি ভুট-কুৰি চুচন কোল্‌বিৰ বিয়া শ্ৰীজুত ব্ৰন্সন চাহাবৰ দোআৰাই কৰোআ হল ।

গুআহাটি নগৰত ১৩ অক্তোবৰ বুধ বাৰে শ্ৰীজুত দেনফৰ্ত্ত চাহাবৰ দোআৰাই শ্ৰীমান ধনি লুচিএন হেইডনলৈ শ্ৰীমতি বাবৰি মেৰি ইলাইচাক বিয়া কৰোআ হল ।

মান দেসৰ দখিন ফালে মানে ডকা দি অনেক গাঁৱৰ মানুহ কাটি বস্তু লুট কৰিলে । ৰাংগুন নগৰৰ চাৰিও ফালে ফুৰিচে, কিন্তু ২০ মাইলতকৈ ওচৰে আহিব নোআৰে । তথাপি পলাই জাঁওতে সিইঁতে আগেয়ে ৰাং-গুনত জি বৰ টোপ পুতি লুকাই গল, সেই-বিলাক পাবলৈ ৰাতি সোমাই খানি উলিয়াই নিলে; বৰ টোপ আচোটা, পহলঙ্গি ৩০ টা পালে । পাচে কম্পানিৰ অধিকাৰে তাক বুজ পাই, জি ক্ৰহিয়া মানুহে সিইঁতক আনি খনা-লে, তাক পাই ধৰি কইদত থলে ।

প্ৰোম নগৰৰ ওচৰত মানে কোঁচ বান্ধি তা-তে বহু ফৌজ গোটাইচে বুলি বাত্ৰা আহিচে । তাত জদি পৰাস্ত হই, তেনে হলে আৱা ৰাজ নগৰলৈ গৈ নকৈ জুধ কৰিম বুলি সিইঁতে খিৰ কৰিচে ।

কম্পানিৰ ফৌজ ঐৰাৱতি নদিএ ৰনলৈ উজাই গৈচে । ২৫ চেপ্তেম্বৰত সেন ফৌজবিলাক জেনৰল গদৱিন সেনাপতি চাহাবে সৈতে ৰাং-গুন এৰি প্ৰোমৰ ফাললৈ গল ।

পাচে মহা সমাচাৰ পত্ৰত লিখিচে, জাহা-জৰ সেনাপতি কমদোৰ লাম্বৰ্ত্ত আৰু ফৌজৰ সেনাপতি জেনৰলে গদৱিন চাহাবে সকলো সেনা সেনাপতিএ সৈতে ৯ অক্তোবৰ তাৰি-খত প্ৰোম নগৰৰ ওচৰ পালত মানে বৰ টো-পেৰে গুলিয়াইচল ধৰিলে । পাচে ভাপ জা-হাজৰ টোপেৰে কতি গুলিয়াই সিইঁতৰ টোপ নিজগ্ৰাল কৰিলে । পাচে ৪ বজাৰ সমইত নগৰৰ সমুখ পাই সেনাবিলাকক বৰ টোপে সৈতে বামলৈ পঠালে । পাচে সেনা-বিলাকে নগৰৰ উত্তৰ ফালে দি খ এটা সুকান জান পালত নগৰৰ এটা বৰ কৰ পৰা মানে পহলঙ্গি হিলৈ আদিৰে গুলিয়াই গুলিয়াই অলপ মানুহক খুন কৰিলে । কিন্তু ফৌজে তেতিয়া দু মথা হৈ সেই মঠলৈ আক্ৰমন কৰি একে বেলিএ ললে । তাতে কম্পানিৰ সেনাবিলাকে মঠত আস্ৰই লৈ ৰাতি সেই ঠাইতে থাকিল । পাচে ৰাতি পুআ হলত জাহাজৰ পৰা আন সেনাবিলাক আহি সক-লোএ গোট খাই নগৰৰ মাজে দি গল, কিন্তু সত্ৰু সকল পলাই গল, কেৱল নগৰৰ নিবাসি লোক থাকিল । সেই ৰূপে প্ৰোম প্ৰধান নগৰ জিনি ললে, কম্পানিৰ সেনা মৰিল এটা, খুন হল ৮ জন । আৰু নগৰৰ ১০ মাইলৰ ভিতৰত মানৰ সেনা ১৮,০০০ মান গোট খাই কোঁচ বান্ধি আচে ।

জাহাজবিলাকৰ প্ৰধান সেনাপতি আদ্‌মিৰল অষ্টিন চাহাব মান দেসত মিত্যু হোআৰ বাত্ৰা পাইচোঁ ।

মান দেসৰ ফৌজৰ প্ৰধান সেনাপতিৰ নাম বন্দুলা; আগেএ ৰন কৰা মহা বন্দুলাৰ পুতেক ।




The New French Coin—Five Francs.

ফ্ৰাঞ্চ দেসত জি নতুন ৰূপ লুই না-পলিয়ন দেসাধিকাৰে চলাইচে, তাৰ নকচা ইয়াত লিখা আচে । তাৰ ওজন দুটকাতকৈ অলপ জাস্তি ।

ইঙ্গলণ্ডৰ মোহৰ মৰা সালত এবচ-ৰৰ ভিতৰত সোনৰ মোহৰ ৩৫,০০,০০০ মৰা হৈচিল ।



Abbas Pacha, Viceroy of Egypt.—From the Illustrated London News.

মহা মহিম আবাচ বাদস্যা নামে মিচৰ দেসাধিকাৰ তুৰ্কি বাদস্যাৰ তল হৈছে, কিন্তু আপোন ইচাৰে আগ্যা চলাই কেৱল নামেৰে বস হৈছে; সেই নিমিত্তে তুৰ্কি মহা বাদস্যাৰে সৈতে অমিল আছে। আবাচ বাদস্যাৰ নকচা ওপৰত লিখা আছে।

আবাচ বাদস্যাৰ নিমিত্তে ইংলণ্ডত এখান অতি উত্তম ভাপ জাহাজ সাজিছে। তাৰ দিঘ ১২০ হাত, পথালি ১৩ হাত; তাৰ সকলো অস্ত্র পিতল আৰু তিখাৰে সজা হৈ বৰকৈ খঁহাত প্ৰকাস ৰূপে জিলিকে। তাৰ ভিতৰৰ অনেক কোঁটালি সোন মুকুতাৰে সুগুত হৈছে; ১৫০ ডাঙ্গৰ নকচা বাবত আৰি থোৱা হৈছে।

ৰুচিয়া দেসত মাউৰ লাগি বহু মানুহ মৰিল। পোলণ্ডৰ প্ৰধান নগৰ ওআৰ্চাত দিনে দিনে ২০০ মান মৰে। কোনো ঠাইত একে ঘৰতে ২০ মান মৰিছে, একে খন খাটতে মাক বাপেক আৰু লৰাবো মৰা স পাইছে।

আয়ৰলণ্ড দেসত আগষ্ট মাহত মাটি খানি ৬ হাত মান দত থকা এটা সৰ পহুৰ হাৰ পালে। তাৰ দুই সিঙ্গৰ আগ ৬॥ হাত আঁতৰ, ইমান ডাঙ্গৰ জন্তু হৈছিল।

লণ্ডন নগৰত কহিনুৰ নামে ৰঞ্জিত চিঙ্গৰ হিৰা সুঅনি কৰিবৰ নিমিত্তে গিয়ানি সোনাৰি লোকে কাটি আছে। আৰু এক মাহ মান ঘঁহি থাকিলে সম্পূৰ্ণকৈ এটাৰ, তেতিয়া প্ৰিথিৱিৰ মাজত সি আটাইতকৈ উত্তম সুন্দৰ হিৰা হব।

২০ আগষ্ট তাৰিখত কোনো ইংৰাজি চাহাব আৰু মেম লোক এত্না পৰ্বতত ফুৰিবলৈ উঠি গল। তাত থকা সৰু ঘৰ নৌ পাওতে সেই ৰাতিত বৰ বতাহে সিৰিলাকৰ ৭ টা গাধ একে বেলিএই উৰুআই নিলে। পাচে সেই পৰ্বতৰ মাজৰ পৰা অকস্মিতে ধুই আৰু তপত জোল ওলাবলৈ ধৰিলে, আৰু তাৰ প্ৰকাসেৰে আকাস প্ৰিথিৱি প্ৰহৰ হল। এনে সময়ত বৰ ভুঁইকঁপ গল, তাতে চাহাব লোকৰ নিয়াৰোৰে বল বল বুলি সকলো বেগাই হহকি আহিল।

পাৰ্চি দেসত মাউৰে ধৰা অতি প্ৰবল হৈ-

চে। ওকমিয়া নগৰত ৩,০০০ হেজাৰতকৈ অধিক মৰিল। চুলদুজ নগৰত নিতৌ দিনে তিনি কুৰি মান মৰে। তাত থকা মিচ্যানেৰি চাহাব লোকে ৰখ্যা পাবলৈ ওচৰৰ পৰ্ব্বতলৈ গল, অকল তজৰ এজনহে দৰৰ দিবৰ নিমিত্তে থাকিল।

বান গেনিপ নামে এজন জৰ্মানি পাদুৰি লোক হংকঙ্গ নগৰৰ ওচৰতে ফুৰোঁতে দাবে লৈতে তিনি ডকাইতে ঘেৰাই কাটি তেওঁৰ পৰা ১০০ টকা মান কাঢ়ি নিলে।

ইৰি সৰোবৰত দুখন জাদৰ ভাপ জাহাজ ফুৰি জাওতে আগষ্ট ২০ তাৰিখত ৰাতি পুৱা কুঁঅলিৰ কাৰনে নে দেখি একে বেলিএই ৰবকৈ খুন্দা খালে। একেবিমান জাত্ৰা জাত্ৰি হলত সিবিলাকৰ এখনে ৰবকৈ পানি দিবলৈ ধৰিলে, তাতে ভই আৰু বিচুৰ্ত্তি হৈ সকলোবিলাকে লৰা লৰি কৰি পলাবৰ নিমিত্তে কোনো কোনো পানিত পৰিল, আৰু বেগতে জাহাজ তল গৈ বুৰিল। জিবিলাকে চকি, কাঠ, মেজ আদি ওপঙ্গা বস্তুত ধৰিলে, সিবিলাক প্ৰাই সকলোএ জিলে। পাচে ন ভগা খন জাহাজ ঘুৰি সিবিলাকক বিচাৰি আহি ১৫০ মানুহক পানিৰ পৰা তুলিলে। সিবিলাকে ৰাম পাই ইশ্বৰক স্তুতি কৰিবলৈ সকলোএ একে লগে গোট খালে। মৰাৰ সংখ্যা প্ৰাই ২০০ জন।

কালিফৰ্নিয়া দেশৰ পৰা ১৩ সেৰ গধুৰ হোৱা সোন এডোখৰ আনিলে। তাক মাটিৰ ৪০ হাতৰ তলতে পালে, তাৰ দাম ১১,৮৮০. টকা।

আগষ্ট মাহত ১০০ খন জাহাজ অষ্ট্ৰেলিয়া দেশলৈ জাবলৈ ইংলণ্ড এৰি গল। গ্ৰেট ব্ৰিটন ভাপ জাহাজত ৬৫১ জাত্ৰি লোক গল। মাহে মাহে ২০।২৫ হেজাৰ মানুহ সেই সোন ওলোৱা দেশলৈ জাই।

অষ্ট্ৰেলিয়া দেশৰ আলেকজাণ্ডৰ পৰ্ব্বত আৰু বেনদিগো, এই দুই ঠাইত সপ্তাহে সপ্তাহে ৩০,০০,০০০ টকাৰ দাম সোন ওলাই।

## নবেম্বৰ, অৰ্থাত আঘোনৰ পঞ্জিকা।

Almanac for November, A. D. 1852. Sal Sac. 1774.

| নবেম্বৰ | কাৰ্ত্তি | বাৰ | তিথি | দিনমান | নবেম্বৰ | আঘোন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ২ | ১৯ | ১১।০ | ১৬ | ২ | ৩ | ৫ | ১০।৪০ |
| ২ | ১৮ | ৩ | ২০ | ১০।৫৯ | ১৭ | ৩ | ৪ | ৬ | ১০।৩৯ |
| ৩ | ১৯ | ৪ | ২১ | ১০।৫৮ | ১৮ | ৪ | ৫ | ৭ | ১০।৩৮ |
| ৪ | ২০ | ৫ | ২২ | ১০।৫৬ | ১৯ | ৫ | ৬ | ৮ | ১০।৩৬ |
| ৫ | ২১ | ৬ | ২৩ | ১০।৫৫ | ২০ | ৬ | ৭ | ৯ | ১০।৩৫ |
| ৬ | ২২ | ৭ | ২৪ | ১০।৫৪ | ২১ | ৭ | ১ | ১০ | ১০।৩৪ |
| ৭ | ২৩ | ১ | ২৫ | ১০।৫২ | ২২ | ৮ | ২ | ১১ | ১০।৩৩ |
| ৮ | ২৪ | ২ | ২৬ | ১০।৫০ | ২৩ | ৯ | ৩ | ১২ | ১০।৩২ |
| ৯ | ২৫ | ৩ | ২৮ | ১০।৪৮ | ২৪ | ১০ | ৪ | ১৩ | ১০।৩২ |
| ১০ | ২৬ | ৪ | ২৯ | ১০।৪৭ | ২৫ | ১১ | ৫ | ১৪ | ১০।৩১ |
| ১১ | ২৭ | ৫ | ৩০ | ১০।৪৬ | ২৬ | ১২ | ৬ | ১৫ | ১০।৩০ |
| ১২ | ২৮ | ৬ | ১ | ১০।৪৪ | ২৭ | ১৩ | ৭ | ১৬ | ১০।২৯ |
| ১৩ | ২৯ | ৭ | ২ | ১০।৪৩ | ২৮ | ১৪ | ১ | ১৭ | ১০।২৮ |
| ১৪ | ৩০ | ১ | ৩ | ১০।৪২ | ২৯ | ১৫ | ২ | ১৮ | ১০।২৭ |
| ১৫ | ১ | ২ | ৪ | ১০।৪১ | ৩০ | ১৬ | ৩ | ১৯ | ১০।২৬ |



এই অৰুণোদই গিয়ান ভণ্ডাৰ মোং সিৱসাগৰৰ আমেৰিকান্ বাপ্তিষ্ট মিসন চাপাখানাতে চাপা কৰা হৈচে। আগিতে দিলে বচৰত দাম এটকা, বচৰৰ মূৰত দিলে ১॥ টকা।

THE ORUNUDOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and Published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৭ বচৰ। মোং সিৱসাগৰ, অক্তোবৰ, ১৮৫২। নম্বৰ ১০।

VOL. VII. SIBSAGOR, ASAM, OCTOBER, 1852. NO. 10

## হিন্দুস্থানৰ নানা প্রদেস।

**Divisions of Hindustan.**

হিন্দুস্থানত অনেক প্রধান প্রধান দেস আচে, বঙ্গাল দেস, বেহাৰ, এলাহাবাদ, অজোধ্যা, আগ্রা, দিলি, আজমিৰ, গুজৰাট, মালৱা, মুলতান, সিন্ধু দেস আৰু লাহোৰ।

অতি পুব কালে বঙ্গাল দেস; তাৰ সমান উর্বৰা ঠাই প্রায়েই নাই, আৰু ধান নিল ইত্যাদি নানা সস্য হই। সাগৰৰ পাৰৰ ঠাইবোৰ গোটেই সুন্দৰবন নামে হাবিএ ঢাকি আচে। বঙ্গালৰ নিচেই পুব কালে মান দেসৰ সিমালৈকে চাটিগাঁও নামে প্রদেস, সি পর্বতিয়া, আৰু তাৰ মাজত কুকি নামে এবিধ বন্য জাতি আচে। চাটিগাঁৱৰ ৰাজ ধানি ইচলমাবাদ। বঙ্গাল দেসৰ প্রধান ৰাজ ধানি নগৰ কলিকতা। এই নগৰ পুৰ্বে গাঁওহে আচিল, এতিয়া পাঁচ লাখ লোক থকা পকি ঘৰেৰে আব্রিত এথন মহা নগৰ হৈচে, এই নগৰ গঙ্গা নদিৰ নিচেই পাৰতে আৰু তালৈ বানিজ্যলৈ অনেক জাহাজ আহে। কলিকতাত ভাৰত বর্সৰ অধিপতি গবর্নৰ জেনৰলে বাস কৰে, আৰু তাত ফোর্ত উলিযম নামে এথন বৰ দুর্গ অর্থাত কোঁঠ আচে। কলিকতাৰ ওচৰত স্রিৰামপুৰ, চন্দন নগৰ, হুগলি ইত্যাদি নগৰ আচে। আৰু ৬০ ক্রোচ উজাই গঙ্গা নদিৰ পাৰত মুর্চিদাবাদ চহৰ, সি পুর্বে বঙ্গাল দেসৰ ৰাজ ধানি আচিল, এতিয়াও নবাবৰ বাস থান। এই নগৰত চেউলি, বালিচৰি, চাটন ইত্যাদি অনেক বিধৰ সুন্দৰ পাটৰ কাপৰ হই। ঢাকা নামেৰে আৰু এথন বি-



দিলি নগৰত আকবৰে সাজি থোৱা বাপেক হুমায়ন বাদসাৰ মৈদাম।

Mausoleum erected at Delhi over the remains of Humayun

প্ৰধান নগৰ আছে; সিও পুৰ্ব্বে ৰাজ ধানি আছিল, এতিয়াও বৰ বানিজ্যৰ থান, তেৰ লাখ মান মানুহ আছে । প্ৰিথিৱিৰ মাজত জি অতি উত্তম মলমল কাপৰ, সেয়েই ঢাকাত হয় । এইবিলাক নগৰত বাজে মালদা, গৌৰ আৰু ৰাজমহাল, এই তিনি নগৰ পুৰ্ব্বে ৰাজ ধানি আছিল । বঙ্গাল দেসত তিনি কোটিতকৈ সৰহ মানুহ আছে ।

বেহাৰ অৰ্থাত মগধ প্ৰদেস বঙ্গালৰ পচিমে; সি অতি উৰ্ব্বৰা ঠাই আৰু নানা সস্য হয়; প্ৰধানকৈ আফিঙ্গ আৰু জধাৰ উত্পন হয় । বেহাৰত প্ৰধান নগৰবিলাক গঙ্গাৰ তিৰত; প্ৰথমে মুংগেৰ নামে এক আগৰ ৰাজ নগৰ । তাৰ পৰা অলপ ভাটিত ভাগলপুৰ নদিৰ পৰা অলপ দুৰত বেহাৰ নামে নগৰ, সি পুৰ্ব্বে ৰাজ ধানি আছিল । কিন্তু আটাইতকৈ প্ৰধান গঙ্গা নদিৰ তিৰত পাটনাই অনেক দিনিয়া নগৰ; অনেক মচিদ আৰু মন্দিৰ আছে । পাটনাৰ ওচৰত দানাপুৰ; তাৰ পৰা ২৫ ক্ৰোচ দখিনে গয়া নামেৰে এক নগৰ, গঙ্গাত আহি পৰা এক নদিৰ পাৰত, ই এখন বৰ হিন্দু তিৰ্থ; এতেকে তালৈ অনেক জাত্ৰি জাই ।

এলাহাবাদ প্ৰদেস গঙ্গাৰ উতৰ আৰু দখিন দুয়ো পাৰে বিয়াপিছে । তাত প্ৰধান নগৰ কাসি বা বানাৰচ, সি গঙ্গা নদিৰ তিৰত, আৰু বৰ মহা নগৰ; তাৰ ঘৰবোৰ পকি সাত তলালৈকে ওখ, অনেক দেও মন্দিৰ আৰু মচিদ আছে, আৰু হিন্দু সকলৰ প্ৰধান তিৰ্থ হেতুকে তালৈ অসংখ্য জাত্ৰি জাই । কাসিৰ ওচৰত চনাৰগৰ নামে এখন বৰ সকত পৰ্ব্বতিয়া কোঁঠ আছে, এতিয়াও তাত অনেক সৈন্য আৰু এটা বিচখ্যন মচিদ আছে । জত গঙ্গা আৰু জমুনা নদি মিলিছে, তাতে এলাহাবাদ অৰ্থাত প্ৰয়াগ নগৰ; সি হিন্দু সকলৰ এক ঘাই তিৰ্থ ঠাই, তালৈ অনেক জাত্ৰি জাই । আৰু আকবৰ বাদস্যাই এক কোটি কুৰি লাখ ধন ভগন কৰি সজোৱা ৰাজ কোঁঠো এই নগৰতে । প্ৰয়াগৰ ওচৰত মিৰ্জাপুৰ নামে এক বানিজ্যৰ নগৰ । এলাহাবাদত বন্দেলখণ্ড নামে এক খণ্ড আছে, তাত হিৰাৰ আকৰ আছে । তাৰ ঘাই নগৰ কলিঞ্জা, আৰু গঙ্গাৰ পাৰত কানপুৰ নামে নগৰ ।

অজোধ্যা ৰাজ্যো উৰ্ব্বৰা আৰু বেহাৰৰ সিমাত, এক নবাবে সাসন কৰে, কিন্তু ইঙ্গৰাজিৰ কৰতলিয়া । তাৰ ৰাজ ধানি গোমতি নদিৰ পাৰত লখ্নৌ নগৰ, তাত নবাব থাকে; আৰু সি বৰ ডাঙ্গৰ নগৰ, তাত তিনি লাখ মান লোক আছে । তাৰ নবাব থকা ঘৰ, মচিদ, মৈদাম বৰ আচৰিত, চাংবোৰত সোন লগাইছে, আৰু কনষ্টান্তিয়া নামে ফ্ৰ মাৰ্ত্তিন চাহাবৰ এক ঘৰ আছে, তাক সাজোঁতে ১৫ লাখ ৰুপ ভগন হৈছে, অজোধ্যা নগৰ আৰু ফাইজাবাদ পুৰ্ব্বে ৰাজ ধানি আছিল ।

আগ্ৰা প্ৰদেসত জাৰ, আৰু তাত নদিৰ পৰা ক্ৰিসি কৰমৰ লাভ নাই, তাৰ প্ৰধান অলঙ্কাৰ আগ্ৰা নগৰ । আকবৰ বাদস্যাই এখন গাঁৱৰ পৰা আগ্ৰাক আছিয়াৰ এক মহা নগৰ কৰিলে; সি এতিয়া হ্ৰাস হল, তেও জেহাংগিৰ বাদস্যাই তেঁওৰ কুঁঅৰি নুৰ জেহানৰ নাম ৰাখিবলৈ তাজ মহাল নামে জি মৈদাম সজাইছিল, তাৰ সমান মৈদাম প্ৰিথিৱিত কতো নাই; সি গোটেই বগা সিলৰ, আৰু তাক কৰোঁতে পাঁচ সতৰি লাখ ধন ভগন হৈছিল । আগ্ৰা নগৰৰ ওচৰতে চিকন্দৰাবাদ নামে এক অপুৰ্ব নগৰ, তাতে বগা সিলেৰে সজা আকবৰ স্যাৰ মৈদাম আছে । মথুৰা নামে এক নগৰ আছে, সিও প্ৰধান হিন্দু তিৰ্থ । আগ্ৰা প্ৰদেসৰ দোআৰ অৰ্থাত অন্তৰ্বেদ জি ভোখৰ, তাতে কানৌজ নামে পুৰ্ব্বৰ নগৰ । জমুনা নদিৰ পচিমে ভৰথপুৰ, গোআলিয়ৰ ইত্যাদি কোঁঠ আছে । আগ্ৰাৰ উতৰে দিলিৰ প্ৰদেস, সি উৰ্ব্বৰা ন হয়, তাৰ ঘাই নগৰ জমুনা নদিৰ পাৰত দিলি । সি পুৰ্ব্বে এখন ইন্দ্ৰপ্ৰস্থ নামে হিন্দু মহা নগৰ আছিল, কিন্তু স্যা জেহান বাদস্যাই তাক মগল ৰাজ্যৰ ৰাজ ধানি কৰিলে, আৰু এতিয়াও দিলিৰ বাদস্যা এই নগৰতে বাস কৰে । দিলি নগৰ এতিয়া হ্ৰাস হল, আৰু নানা ৰুপৰ ঘৰবোৰ ভাগি আছে, তেও অনেক

আগ্ৰাৰিত ঘৰ মৈদাম আৰু মচিদ আচে। আওৰঙ্গজেৱ বাদস্যাৰ জিএকে জুমা মচিদ নামে জি বৰ্‌ সিসৰ মচিদ এটা কৰাইচিল, তাৰ নিচিনা ভাৰত বৰ্সত নাই। কুতুব মিনাৰ নামে এটা বুৰুজ আচে, সিও সামান্য ন হই। দিলি প্ৰদেসত মিৰট নামে আৰু এক নগৰ আচে।

আজমিৰ বা ৰাজপুতান অতি ডাঙ্গৰ এক প্ৰদেস, তাতে ৰাজপুতবিলাক বাস কৰে; ভাৰত বৰ্সত এই জাতি লোকহে অতি বলিষ্ট আৰু সাহিয়াল; এই প্ৰদেস প্ৰাই পৰ্বতিয়া আৰু মৰু ভুমি। সি নানা ৰজাৰ অধিন, প্ৰধান মাৰোআৰ, মেৱাৰ আৰু জইপুৰ, এই তিনি ঠাইৰ ৰজা। মাৰোআৰৰ ৰজা আটাইতকৈ পৰাক্ৰমি, তেঁওৰ ৰাজ ধানি জোধপুৰ; তেঁও স্বাধিন, কিন্তু ইঙ্গৰাজৰ পৰাক্ৰম স্বিকাৰ কৰে। মেৱাৰৰ ৰজাক ৰানা বোলে, তেঁও মাৰোআৰৰ ৰজাৰ তুল্য ন হই, তেঁওৰ ৰাজ ধানি উদইপুৰ। জইপুৰ, বা জই নগৰৰ ৰজাও প্ৰধান, তেঁওৰ ৰাজ ধানি জইপুৰ অতি সুন্দৰ। আজমিৰ প্ৰদেসৰ ৰাজ ধানি জি আজমিৰ, তাত কোনো ৰজা নে থাকে। এইবিলাক ৰাজ্যৰ পচিমে বালিময় মৰু ভুমি এডোখৰ আচে, কিন্তু তাতো দুই প্ৰধান ৰজা আচে, অৰ্থাত বিকানিয়ৰ আৰু জচলমিৰৰ ৰজা।

গুজৰাট প্ৰদেস ঠায়ে ঠায়ে উৰ্বৰা, ঠায়ে ঠায়ে মৰু। তাত নানা জাতিৰ লোক আচে, পাৰ্চি অৰ্থাত অগ্নি সেৱক অনেক, সিবিলাকে অগ্নিক পুজা কৰে, আৰু জৈন ধৰম লোআও অনেক আচে। গুজৰাটৰ এডোখৰ গুইকৰ নামে ৰজাৰ অধিন, তেঁওৰ ৰাজ ধানি বাৰদা। গুজৰাটৰ ইঙ্গৰাজৰ অধিকাৰত ৰাজ ধানি আহমেদাবাদ, কিন্তু চুৰাট নগৰহে অতি প্ৰধান বানিজ্যৰ ঠাই।

গুজৰাটৰ গুৰিত আজমিৰৰ দখিনে কচ প্ৰদেস, তাত জাৰেজ নামে এবিধ ৰাজপুত জাতি বাস কৰে। সিইতৰ ফকা দিয়া ৰতাও। আৰু সিইতৰ ভিন্ন এক ৰজা আচে, কিন্তু আচৰিত এই, জে সিইত মচলমান, আৰু এক ভয়ানক ৰিতি এই, জে চোআলি লৰা হলে সিইতে বধ কৰে।

আগ্ৰা আৰু আজমিৰৰ দখিনে মালৱা প্ৰদেস, সি বৰ ওখ ঠাই আৰু উৰ্বৰা, তাত মহাৰাষ্টুবিলাক থাকে। মালৱা প্ৰদেসত ভালেমান আফিঙ্গ হই। আৰু একে জনা ৰজা ন হই, কিন্তু অনেক, প্ৰধান চিন্ধিয়া আৰু হলকাৰ, সিবিলাকে ইঙ্গৰাজকে সাৰথি ৰুপে আচে। মালৱা প্ৰদেসতে পুৰ্বে বিক্ৰমাদিত্য ৰজা আচিল; মালৱাত প্ৰধান নগৰ উজ্জয়নি বা অৱন্তি, আৰু ইন্দুৰ জাক অহল্যা বায়ে হলকাৰৰ ৰাজ ধানি পাতিলে।

সিন্ধু নদিৰ মুখতে সিন্ধু প্ৰদেস। তাৰ প্ৰধান নগৰ টাটা, সি বৰ বানিজ্যৰ ঠাই আচিল, আৰু ৰাজ ধানিও আচিল, কিন্তু এতিয়া সৰু হৈ গৈচে, আৰু তাৰ পৰা ৰাজ ধানি হইদৰাবাদলৈ এতিয়া নিচে। অলপ দিন হৈচে, এই দেসৰ ৰজা মচলমান আমিৰ আচিল, আৰু সিবিলাকে প্ৰজাক বৰকৈ জাতনা দিচিল। কিন্তু এতিয়া ইঙ্গৰাজে তলৈ লৈচে, তাৰ পৰা প্ৰজাৰ সুখ হব।

লাহোৰৰ দখিনে মুলতান প্ৰদেস, সি পুৰ্বে কাবুলৰ অধিন আচিল, কিন্তু এতিয়া কম্পানিৰ অধিন। ইয়াৰ ৰাজ ধানি মুলতান নগৰ, সি অতি সুন্দৰ, চাৰিও ফালে সুন্দৰ গৰ এটা আচে, আৰু তাত জি এখন দেৱালই আচে, তালৈ অনেক জাত্ৰি জাই। এই নগৰত দলিচা আৰু পাট কাপৰ অনেক হই। মুলতানৰ লোকবিলাক হিন্দু ন হই, আফগানো ন হই, কিন্তু সিইতৰ জাত বোলে।

ভাৰত বৰ্সৰ পচিমে লাহোৰ প্ৰদেস, তাৰ এডোখৰ বৰ উৰ্বৰা আৰু নানা সস্য উত্পন্ন হই। এই প্ৰদেসত চিক বা সিংহ, জৌত আৰু ৰাজপুত ইত্যাদি হিন্দু আৰু মচলমান লোক আচে, কিন্তু মচলমানবোৰ অতি দুখিয়া; উত্তৰ পচিমৰ মানুহবোৰ আফগান। চিক বা সিংহবিলাক বৰ সক্তিমন্ত, আৰু হিন্দুস্থানৰ সকলো লোকতকৈ সাহিয়াল, সৈন্য প্ৰায়ে

যোঁৱাত উঠি ৰন কৰে। সিইত স্রিষ্টু ন হই, ৰৰকৈ এটাহ্ পাৰিহে কথা কই। চিকবোৰে মদ, আফিঙ্গ, ভাঙ্গ ৰৰকৈ খাই, আৰু ৰৰা গাহৰিকো খাই। লাহোৰ পুৰ্ব্বে নানা সৰু সৰু ৰজাৰ অধিন আচিল, পাচে ৰঞ্জিত সিংহে অধিপতি হল, কিন্তু এতিয়া তেঁওৰ বংসৰ দলিপ সিংহ ৰজা থকাত ইঙ্গৰাজে সৈতে ৰন লগাত লাহোৰ দেস ইঙ্গৰাজৰ অধিন হৈ গৈচে। চিক লোকে গুৰু নানকৰ মতে চলে, সিইতৰ ভাসা আৰু আখৰ বেলেগ। লাহোৰৰ ৰাজ ধানি লাহোৰ নগৰ, সি পুৰ্ব্বে মহা নগৰ আচিল, আৰু এতিয়াও ৰজাৰ থকা ঠাই; তাত অনেক উতম উতম ঘৰ আচিল, সেইবোৰ নষ্ট হৈ গৈচে, তেও জেহাংগিৰ বাদস্যাৰ জি মৈদাম, সি অকল আগ্রাৰ তাজ মহালতকৈহে সৰু। লাহোৰত অমৰেস্বৰ নামে এক তিৰ্থ থকা নগৰ আচে, তালৈ অনেক জাত্রি জাই।

নৰ্ম্মদা নদিৰ দখিনে দখিন দেস, তাৰ সমুদ্ৰৰ তিৰৰ ঠাইত বাজে গোটেই ঠাই ওখ আৰু অনেক সস্য হই। দখিনত প্রধান প্রদেস খান্দেচ, আওৰঙ্গাবাদ, বিজইপুৰ, হাইদৰাবাদ ইত্যাদি নিজাম আলিৰ দেস, বিৰাট ৰজাৰ দেস অৰ্থাত বেৰাৰ, উত্কল অৰ্থাত উৰিয়া, আৰু উতৰ চৰকাৰ।

খান্দেচ প্রদেসৰ নিচিনা জুধলৈ ভাল ঠাই প্রিথিবিত নাই; তাত সিলৰ গৰ ইত্যাদি জিবোৰ কোঁঠ আচে, তাক মানুহে কৰা ন হই, কিন্তু স্বভাবিক পৰ্ব্বতৰ দোআৰাই হৈচে। ইয়াৰ ৰাজ ধানি পুৰ্ব্বে বুৰহানপুৰ আচিল, ইঙ্গৰাজৰো সেয়েই ৰাজ নগৰ হৈচে।

খান্দেচৰ দখিনে আওৰঙ্গাবাদ আৰু বিজইপুৰ এই দুই প্রদেস, তাৰ ভুমি সমান ন হই, কোনো কোনো ঠাই পৰ্ব্বতিয়া। খান্দেচৰ দৰে ইয়াতো অনেক স্বভাবিক কোঁঠ আচে, আৰু মহাৰাষ্ট্ৰবিলাকৰ এই মুল ঠাই; সিবিলাকৰ ৰাজ ধানি পুন্যগ্ৰাম নামে এখন বৰ নগৰ আচিল, সি এতিয়া ইঙ্গৰাজৰ অধিন। চাটাৰা নামে এক নগৰ আচে, তাতে ইঙ্গৰাজে পেচুআক ভাঙ্গি এক ৰজা থাপিচে। পুৰ্ব্বৰ ৰাজ ধানি জি বিজইপুৰ, সি অতি প্রধান নগৰ, আৰু তাৰ কোঁঠ অতি ডাঙ্গৰ। আওৰঙ্গাবাদ, দৌলতাবাদ আৰু দুই পুৰনি নগৰ আচে। দৌলতাবাদৰ ওচৰত এলোৰাৰ আচৰিত কৰম সকল আচে; এখন পৰ্ব্বতক খুলি নানা মন্দিৰ কৰিচে, আৰু তাৰ ভিতৰত সুন্দৰ সুন্দৰ মুৰ্ত্তিবিলাক আচে।

হাইদৰাবাদ, নানদিৰ আৰু বিদৰ, এই তিনি প্রদেস নিজামৰ ৰাজ্য, নিজাম আলি ইঙ্গৰাজৰ কৰতলিয়া। তেঁওৰ ৰাজ ধানি হাইদৰাবাদ নগৰ; তাৰ ওচৰত গলকণ্ডা নগৰ, তত হিৰাৰ আকৰ আচে।

বেৰাৰ বা বিৰাট প্রদেস নাগপুৰৰ ৰজাৰ অধিন, কিন্তু তেঁও ইঙ্গৰাজৰ কৰতলিয়া। এই প্রদেসৰ ৰাজ ধানি নাগপুৰ।

দখিন দেসৰ সাগৰৰ তিৰত উৰিয়া প্রদেস, তাৰ লোকবিলাকৰ ভাসা বেলেগ। তাৰ প্রধান নগৰ বালেস্বৰ আৰু কটক। কটকৰ গুৰিত জগনাথ খেত্ৰ, তালৈ অনেক জাত্রি জাই।

চৰকাৰ প্রদেসো সাগৰৰ তিৰত। কম্পানিএ আদিতে এই প্রদেসৰ অধিকাৰ পালে। ইয়াত নানা বিধিয়া কাপৰ কৰে, খাই চিট।

দখিন দেসৰ পচিমে সাগৰৰ এক উপদিপত বম্বাই নামে এক মহা নগৰ, সি ইঙ্গৰাজৰ, ৰাজ্যৰ তিনি ৰাজ ধানিৰ ভিতৰত এক ৰাজ ধানি, আৰু তাত বানিজ্যো হই। এই নগৰৰ ধনৱন্ত লোক অনেক পাৰ্চি; তাত দুই লাখ কুৰি হেজাৰ মান মনুহ আচে। বম্বাইত এজন গবৰ্ন্নৰ আৰু এখন সভা থাকে।

সৰাব খিৰ।



## তিৰ্থ জাত্ৰা ।

Wanderings of a Pilgrim—[illegible]

৫ অধ্যা ।

জনকপুৰৰ বিবৰন ।

পয়াৰ ।

নিজ দেস তিৰ্থ কথা কহিলো স্থৱন,
পচিমতো জি জি আছে, সুনা বিবৰন ।
ধন কত এৰেকো নাহি. কেৱল বঞ্চনা,
সি সকল থানে সুদা পাপৰ ঘটনা ।
আৰু সবিশেষ দুখ, ধন আদি বই,
মনে ভাল. ঘৰ তিয়াগি, সৰ্ব্ব লোক জাই ।
আৰু বোলো. সুনা জি জি দেখিচোঁ নয়নে,
সকলো জাত্ৰি ন হই তিৰ্থৰ কাৰনে;
কিন্তু কোনো চোৰ পৰি. কোনো বিভিচাৰ,
কোনোএ পলাই জাই লাগি বহু ধাৰ ।
খাবলৈ নে পালে হবে সি পথ ধাৰন,
বহু লোক জাত্ৰি হই, এহিসে কাৰন ।
থানে থানে ব্ৰুত আদি কৰি অতিসই,
ভিখ্যাৰ দ্ৰব্যক বেচি ধনক সাঁচই ।
এহি প্ৰকাৰতে বহু ধন উপাৰ্জ্জন,
লোকে জদি সোধে, বোলে, তিৰ্থত গমন ।
বঙ্গালি জতেক লোক জাই সেই পথে,
কমল, জোলোঙ্গা আৰু উৰ্পাঙ্গ হাততে ।
বগা মাটি লৈ কঁপালত দিএ ফোঁট,
গলতো কাঠৰ মালা পিন্ধে মুঠা মুঠ ।
ৰাখে সব মুখ ভৰি ডাঁৰি আৰু চুলি,
ভয়ঙ্কৰ দেখি জেন ভোবোলা চাগলি ।
তিৰি পৰিয়াল লই, সঙ্গত তাহাৰ,
অকলশ্বৰে কোনো জাই, অন্য নাহি আৰ ।
সৰ্ব্বজন মিলি কৰে বৈষ্ণৱ আচাৰ,
ভোজনো কৰই সবে হৈই একেকাৰ ।
নানা জাতি থাকে, কেৱে নকৰে জিগ্যাস,
কিন্তু বোলে আমি সব চৈতন্যৰ দাস ।
মাটিৰ পাত্ৰত ৰান্ধি ভোজন কৰই,
সেই চৰু হাঁৰি কাপৰত বান্ধি লই ।
চহৰ বজাৰ মাজে কৰই গমন,
চমাৰ চণ্ডাল আদি চোএ কত জন ।
দুই তিনি সত লোক হৈই এক জাতি,
স্ত্ৰি পুৰুস আদি চলে জুম পাতি পাতি ।
বাটে নতু পথাৰত থাকি সৰ্ব্ব জন,
সেহি ৰুপে ৰান্ধি কৰে সবেও ভোজন ।
ভোজন সময়ে কৰে কি আচৰ্জ্জ কৰ্ম্ম,
দেখোক বিচাৰ কৰি কেনে জাতি ধৰ্ম্ম ।
সকলোৰে অৱসেস পাত্ৰত ৰাখই,
ওঠৰ অমৃত বুলি, তাহাকো খাৱই ।
ব্ৰাহ্মন সুদ্ৰুৰো একো নাহিকে বিচাৰ,
কহাঁ কহিঁ ৰুপে খাই, জি পাই আহাৰ ।
সবে মিলি খাই, অন আদি উপহাৰ,
জি কোনোএ দিএ, তাক ন কৰে বিচাৰ ।
তিৰি পুৰুসৰ মাজতো বিৰোধ লাগি,
অন্যৰ সঙ্গত চলে তাহাক তিয়াগি ।
এহি ৰুপে জত কৰ্ম্ম কৰে দুৰাচাৰ,
নিজ নিজ মনে কৰে, জেন ইচা জাৰ ।
পথৰ মাজত কেৱে বহু তিৰি লই,
পাচে তাকো তিয়াগ কৰি অকলে চলই ।
জদি আপোনাৰ তিৰি এৰে কোনো জনে,
অন্য লোকে গ্ৰহন কৰই তেতিখনে ।
কহিলোঁ সংখেপ কৰি, জাত্ৰিগন কথা,
আত পাচে সুনা তিৰ্থ থানৰ বেৱস্থা ।

---

দুলৰি ।

বোলে হিন্দু নৰ, ৰজা জনেকৰ
আছিলে জনক থানে;
প্ৰমান বোলই হিন্দু সাস্ত্ৰে কই
ভাৰত আদি পুৰানে ।
ৰজাৰ দুহিতা নামে খিয়াতি সিতা
তেঁওৰ পতি স্ৰি ৰাম ।
হিন্দু ধৰ্ম্মি লোকে কৰে সেৱা জাকে
তেঁওৰ এহি এক ধাম ।
তিৰ্থ থান বোলে, বৈৰাগি সকলে,
সবেও কৰে দৰ্সন;
সেহি বিবৰন কৰোঁ নিবেদন,
সুনা সকলো দি মন ।
জনকৰপুৰ সি বৰ নগৰ
ৰাজ্য নেপালি ৰজাৰ;
কিন্তু মাজে তাৰ মুদি বনিয়াৰ
এখনি মাত্ৰ বজাৰ ।

তাহাৰ দখিনে ৰাজ বাস থানে,
ইটাৰে গৰ নিৰ্ম্মান;
বেৰি আছে গৰ, ন হই ওখ বৰ
মূৰ্ত্তি লোভে তিনি জন।
ৰাম সিতা আই, লখ্যক লখাই,
ৰহিছে তিনি প্ৰতিমা;
ন হই সুভিত, দেখিতে কুচিত,
জানিবা তাৰ উপমা।
ৰূপা ও সোনাৰ বহু অলঙ্কাৰ,
দি থৈছে সন্যাসি লোকে
বস্ত্ৰেৰে আবৃত, ফুলেৰে সুভিত;
ৰহি আছে পূব মুখে।
সমুখে তাহাৰ গৰৰ ভিতৰ,
সৰু একোটি মন্দিৰ;
ভিতৰ সোমাই, দেখিলোঁহো তাই,
বৰ কাই মহা বিৰ;
বিকট আকাৰ, দাহক লঙ্কাৰ,
কি দিমো তাৰ উপমা?
নাম হনুমন্ত, সকলে জানন্ত,
তাহাৰ সেই প্ৰতিমা।
থৈছে থিৰ কৰি, মেলি এক ভৰি,
সোঁ হাতে তালিম গুটি;
বাঁও হাতে তৰ, সিল গোলাকাৰ,
লৈছে হাতে মাৰি মুঠি।
কাঠেৰে নিৰ্ম্মিত বস্ত্ৰেৰে সুভিত
পিচত নেগুৰ আছে;
কাটি থনিকৰে, ৰাখি জতনেৰে,
ওখ কৰি তাক থৈছে।
আৰু জত জত, সিৱ মূৰ্ত্তি তাত
আছে চাৰি পাসে বেৰি;
মন্দিৰ উত্তৰে, গৰৰ ভিতৰে,
দেখি অটালিকা পুৰি।
তাহাতে নিবাসি, বহুত সন্যাসি,
মহন্ত সৰ্ব্ব প্ৰধান;
আৰু জত জত সিস্য সত সত
আছে তাত চাত্ৰগন।
তাহাৰ অধিনে স্ৰি ৰাম লখ্মনে
দিছিলে নেপাল ৰজা;
সেহি সক্তি সাৰে জাত্ৰিৰ হাতেৰে,
নিজে লই সব পূজা।
তিৰ্থ গুৰু বোলে, সন্যাসি সকলে,
সেই হেতু কৰে মান;
তাৰ মুখিয়াতি সবে বোলে অতি,
কৰিছে কাম দমন।
স্বৰূপ ন হই, জানিবা নিচই
কৰিবো তাক প্ৰচাৰ;
তিৰি সঙ্গ গনে মহন্ত আপোনে
কৰে সদা বিভিচাৰ।
বোলোঁ বিবৰিয়া, সুনা মন দিয়া,
তিসব তাৰ বেৱস্থা;
জানে সৰ্ব্ব জন, তাৰ বাসি গন,
সত্য হই মোৰ কথা।
কৈৰি, কুকৰম, কুৰমিও আৰ,
ইত্যাদি সৰ্ব্ব জাতিৰ;
কন্যা কিনি লই, তাহাক পালই,
দি বস্ত্ৰ আদি আহাৰ।
বয়স্ ব্ৰিধি হলে জেই জাতি মিলে,
তাহাতে দিএ বিবাহ;
তাৰ পাচে ভাই, মহন্ত সবাই,
কৰই নিজে নিৰ্ব্বাহ।
তিৰি পুৰুস্ তাৰ, নাম মাত্ৰ সাৰ,
নাহি আৰু কোনো আস;
থাই জতে পাৰে, থাকে অকল্স্বৰে
সেহিসে তাহাৰ বাস।
এই বেৱহাৰ, মহন্ত সবাৰ,
জতেক আছে জি থানে;
দিগম্বৰ গন বৰ লুভি মন,
দেখি আহিছোঁ নয়নে।
সৰবি গোঁসাম, সিইভৰ নাম
সকলো থানে বিদিত;
পচিম দেসত কৰে এই মত
সেহি লোকৰ সহিত।
মই বহু থান কৰিয়া গমন,
জানিলোঁ সব সন্ধান;
ৰিতি এই মত, জাত্ৰিৰ আগত
নকৰে তাক গোপন।

আৰু পাচে সুন, তিৰ্থ বিৱৰন,
 জি দেখিলোহোঁ আপুনি;
চতৰ মাহত জনক পুৰত
 হোৱে স্ৰি ৰাম নৱমি।
সেহি সময়ত আচিলোঁ তথাত
 নয়নে দেখিলোঁ সকে,
তাৰ বিৱৰন কৰি সুঁৱৰন,
 জনাব খোজোঁ সবাক।
জাত্ৰি বৰ গন আহি সেহি থান
 কৰিবলৈ দৰসন;
বৈৰাগি সন্যাসি, আৰু গ্ৰিহ বাসি,
 কোনে কৰিব গনন?
কঁপালত ফোট, মালা মুঠা মুঠ,
 পিন্ধে তাক গল ভৰি;
সেই মালাবোৰ তুলসি কাঠৰ
 দিএ ধনিকবে কৰি।
জাতিৰ বিচাৰ নোলোখে তাহাৰ
 সকলোএ বামাউত;
কোনো লিপে চাই, কোনো ঘৰে জাই,
 কোনোএ কৰে আহুত।
বৰ ধনিগন, আৰু মহাজন,
 আনে তিৰি সঙ্গ কৰি,
কোনোএ পাল্কিত কোনোএ ঘোঁৰাত
 কোনো আহে ৰথে চৰি।
নানা উপহাৰ, বৰ্নোতে অপাৰ,
 দেখি অতি মনোহৰ;
ম্রিদঙ্গ আদি ঢোল, নিচান্ আৰু খোল
 বাদ্য কৰে নিৰন্তৰ।
দেৱক দৰ্শন কৰে জাত্ৰিগন,
 মহন্তকো দিএ দান;
পইচা নে পালে, মুখাবো নে মেলে,
 ধাৰি এনে বৰ টান;
অৰ্থ বিনে ভাই, আৰু একো নাই,
 পুজা কিবা জগ্য হোম
নতুবা প্ৰাচিত্ আৰু কোনো ব্ৰত
 সকলো বিফল স্ৰম।
তিৰ্থ সাৰ এই, সুনিলাহা ভাই
 আৰু সুনা তাৰ ফল;
গুৰুৰ চৰন ধুই জাত্ৰিগন,
 পান কৰে সেই জল;
তাহাৰ কাৰন পাপৰ মোচন
 হব অন্ত কালে সুৰ;
পাসণ্ড দুৰ্মতি সিও পাব গতি
 সুখ থানে স্বৰ্গপুৰ।
মনত বিস্বাস কৰি এই আস,
 নাহি তাৰ বিবেচনা;
কোনে কত দেখিলে সিহঁত ঘঁহিলে
 লোহা হই ৰূপ সোনা?
জেনে কোনো নৰ অগাধ জলৰ
 মাজে পৰি কৰে হাই,
নাহি ধৰে সেতু, মৰে সেই হেতু
 জিৱনত কৰি আস্ৰই।
এহি ৰূপে ভাই, সি সব আস্ৰই
 জদি কৰা কোনো জন,
নিচয়ে মৰিবা, তৰনি নে পাবা,
 সত্য কলোঁ বন্ধুগন।
জদি কৰা আস, হবা সৰ্বনাস,
 তাহাতে চেতন হোৱা;
খ্রিষ্টু মায়ামই কৰিয়া আস্ৰই,
 অনন্ত জিৱন লোৱা।
দেখি ধৰ্ম সাস্ত্ৰ পাপ নাস অস্ত্ৰ
 কৰিও তাতে বিস্বাস;
পাপিৰ বিস্ৰাম খ্রিষ্ট বিনে নাম
 অন্য নাহি কোনো আস।
জাতনা নৰক জদি কোনো লোক
 সাৰিবলৈ ইচা কৰু,
খ্রিষ্টুৰ চৰন কৰিও ধাৰন
 তৰি জাবা ভৱ সিন্ধু।
তিয়াগি পাপ কৰ্ম, ভজা পুৰ্নব্ৰহ্ম,
 আজ্ঞা দি সাস্ত্ৰৰ মতে,
ধৰ্মাত্মা সহাই হৈবেক নিচই,
 চলাইব স্বৰ্গ পথে।

ৰ. ল. ক.



## য়োচেফক গাঁতত থোআৰ কথা ।

Lesson XI.—Joseph cast into the Pit.

য়াকোবে আৰু তেঁওৰ বুঢ়া পিত্রিক দেখা পালে; তাৰ পাচে তেঁও মৰিলত য়াকোব আৰু এচৌএ তেঁওক নি, জি গহ্বৰতে আব্রাহাম আৰু চাৰাক থোআ হৈছিল, সেই ঠাইতে তেঁওৰো মৈদাম বান্ধিলে। সেসৰ দিনত সিবিলাকে একে লগে সেই ঠাইৰ পৰা উঠিব; কিয়নো ইচাকে জি দেস কিনানতকৈ উতম, এনে এটা দেসত, অর্থাত স্বৰগত বাস কৰিবলৈ ইচা কৰিছিল।

কিনান এচৌৰ বসতিৰ ঠাই ন হই, তাক তুমি জানা; কিন্তু য়াকোব, তেঁওৰ সন্ততি, আৰু তেঁও পহু জাকবিলাকে সৈতে তাতে থাকিবলৈ ভাল দেখিলে।

য়াকোবৰ বাৰে জন পুত্র আছিল, সিবিলাকৰ মাজত দহ জন অধৰ্ম্মি আছিল, কিন্তু সিবিলাকৰ ভায়েক য়োচেফ, তেঁওৰ সৰু ভায়েক বেনিয়ামিনতকৈ ডাঙৰ হলেও, সিবিলাকৰ মাজত আটাইতকৈ তেঁও উতম আৰু চেনেহৰ লৰা আছিল। সেই দহ জন মেৰ আৰু চাগ ৰখিয়া; কিন্তু য়োচেফ জেতিয়া সিবিলাকৰ লগত চৰাবলৈ জাই, তেতিয়া সিবিলাকে সিবিলাকৰ দুষ্ট আচৰনৰ দোআৰাই তেঁওক অতি দুখ দিএ; আৰু সিবিলাকে তেঁওলৈ বৰ নির্দয়া ৰূপ কথা কই। য়াকোবে সিবিলাক আটাইতকৈ য়োচেফক প্রেম আৰু চেনেহ কৰিছিলে; এই নিমিত্তে সিবিলাকে তেঁওলৈ এনে অসুয়া দ্রিষ্টি, আৰু ঘিন কৰিবলৈ ধৰিলে।

য়োচেফ য়াকোবৰ আটাইতকৈ প্রিয় লৰা হোআৰ কাৰনে, তেঁও তাক নানা ৰঙনিয়া কাপৰৰ চোলা এটা দিলে, আৰু তেঁও তাকে পিন্ধিছিল।

মানুহবিলাকৰ মনত জি জনে অসুয়া জনমাই, সেই জন চইতান। এই হেতুকে আমাৰ মনত জেন অসুয়া নজন্মাই ৰাখিবৰ নিমিত্তে আমি ইশ্বৰলৈ প্রার্থনা কৰা উচিত।

এই দুষ্ট ভায়েকবিলাকে য়োচেফলৈ কেনে ৰূপ অসুয়া ভাৱে চাইছিল, তাৰ বিসয়ে সুনা।

এৰাত্তি য়োচেফে বৰ আচৰিত সপোন এটা দেখিলে। তেঁওৰ ভায়েকবিলাকে সৈতে তেঁও এখন পথাৰত মুঠি বান্ধি থাকোঁতেই তেঁওৰ মুঠি উঠি থিয় হল; আৰু ভায়েকবিলাকৰ মুঠিও চাৰিও ফালে থিয় হৈ উঠি তেঁওৰ মুঠিক সেৱা কৰিলে। এই বৰ আচৰিত সপোন জেন মানি য়োচেফে তেঁওৰ ভায়েকবিলাকৰ আগত কোআত সিবিলাকে বৰ খং হৈ কলে, কি, তই আমাতকৈ সৰু হলেও, আমি তোক সেৱা কৰিম নে? এই নিমিত্তে সিবিলাকে তেঁওক আগতকৈও অধিক ঘিন কৰিব ধৰিলে।

ইয়াৰ পাচতো য়োচেফে আৰু এটা আচৰিত সপোন দেখি ভায়েকবিলাকত আৰু বাপেকতো কলে, বোলে, আকাসত সুর্জ, চন্দ্র, আৰু আঘেৰটা তৰা দেখিলো, আৰু সিহঁতে আহি মোক সেৱা কৰিলেহি।

তেতিয়া তেঁওৰ বাপেকে বিস্মই হৈ কলে, ময়ো, আৰু তোমাৰ মাৰা, আৰু ভায়েকবিলাকে মাটিত পৰি তোমাক সেৱা কৰিম নে?

তাতে তেঁওৰ ভায়েকবিলাকে তেঁওক আৰু অধিককৈ খিয়াল কৰিব ধৰিলে। তথাপি য়াকোবে এই সকলো কথা মনত ৰাখিলে; আৰু জানিলে, ইশ্বৰে এই সপোন তেঁওলৈ পঠাইচে, আৰু তেঁও তাক অৱশ্য সিধি কৰাব।

য়োচেফৰ ভায়েকবিলাকে ৰাখিবলৈ অনেক মেৰ আৰু চাগ আছিল; কিন্তু সিহঁতক চৰাবৰ নিমিত্তে তাম্বুৰ ওচৰত ঘাঁহ নাই কিয়া দেখি, জাকবিলাকক বহু দূৰৈলৈ লৈ জাই। কিন্তু য়োচেফ তেঁওৰ বুঢ়া পিত্রিএ সৈতে ঘৰতে থাকে, বেনিয়ামিনো থাকিল, কিয়নো সি কেঁচুআ আছিল।

পাচে য়াকোবে তেঁওৰ পুত্রবিলাক কেনে আচে, ইয়াক জানিবৰ ইচা কৰি, তেঁও য়োচেফক কলে, তুমি গৈ তোমাৰ ভাইবিলাক আৰু মেৰ জাক ভালে আচে নে নাই, তাকে চাই আহি মোত বাত্রা কৱাহি।

তেঁওৰ পিত্রিএ জিহকে ইচা কৰে, তাকে কৰিবলৈ য়োচেফ সদাই জুগুত হৈ থাকে; এই ৰূপে তেঁও গাধ আৰু চাকৰো ন লৈ তেঁওৰ

সুন্দৰ চোলা পিন্ধি বাপেকক বিদাই লৈ গল-গৈ। তেঁওৰ প্ৰিয় পিত্ৰিকে আৰুও দেখে মানে অনেক বচৰ তাৰ বুলি সি তাক তৰা নাই।

য়োচেফে অনেক দূৰ গৈও তেঁওৰ ভায়েকবিলাকক নে পালে। পাচে এটা মানুহে তেঁওক দেখি সুধিলে, তুমি কাক বিচাৰিচা?

তেতিয়া তেঁও কলে, মোৰ ভাইবিলাকক বিচাৰিচো; সিবিলাকে কত মেৰ ৰাক চৰাইচে, তাক তুমি মোক কব পাৰা নে?

তেতিয়া সিবিলাকে জি বাটে দি গল, তাকে সেই মানুহে তেঁওত কলে।

য়োচেফে তেঁওৰ ভায়েকবিলাকক বিচাৰোঁতে বিচাৰোঁতে অধিক স্ৰম পালে। পাচে সিবিলাকে তেঁওক নিলগৰে পৰা দেখি য়োচেফ হই বুলি জানিলে, আৰু সিবিলাকে ইটে সিটে কলে, সেয়া সপোন দেখোঁতাটো আহিচে, আঁহা, আমি তাক বধ কৰি এটা দ গাঁতত পেলাই দিও, পাচে তাক সিংহে বা ভালুকে খালে বুলি পিত্ৰিৰ আগত কমহঁক।

য়োচেফে সিবিলাকৰ ওচৰ পালত সিবিলাকে তেঁওক ধৰিলে। তেঁও হলে প্ৰেম আৰু দায়াৰে পুৰ হৈ সিবিলাকলৈ আহিচিল; কিন্তু সিবিলাকেহে তেঁওলৈ প্ৰচণ্ড কোপেৰে চাইচিল; আৰু স্বৰূপেই সিংহৰে বাঘৰে মাজত থকা নম্ৰ মেৰ পোআলিৰ দৰে য়োচেফ হৈচিল। তেঁও আমাৰ প্ৰভু য়িচুৰ দৰে হৈচিল, কাৰন তেঁও বাৰিত থাকোঁতে দুষ্ট য়িহুদিবিলাকেও তেঁওক ধৰিচিল।

তাৰ পাচে ভায়েকবিলাকে তেঁওক বধ কৰিবলৈ আলচিচিল, কিন্তু সিবিলাকৰ মাজৰ ৰুবেন নামেৰে এজনে কলে, তাক বধ ন কৰি গাঁতত পেলাই দিয়া। এই জন ভায়েকেহে আনবিলাকতকৈ কিচুমান দায়ালু আচিল, আৰু তেঁও মনতে বুলিচিলে, মই তেঁওক তাৰ পৰা তুলি আনি বোপাইৰ তলৈ লৈ জাম। তাতে আটাই ভাইবিলাকে ন বধিবলৈ মন থিৰ কৰিলে। কিন্তু প্ৰথমে তেঁওৰ গাৰ সুন্দৰ নানা বৰনিয়া চোলাটো সিবিলাকে কাঢ়ি ললে।

সিবিলাকে জি কৰিব খুইচিল, তাকে য়োচেফে দেখি কিমান কান্দিলে, আৰু বধ ন কৰি পিত্ৰিৰ ঘৰ তলৈ উভতি জাবৰ কাৰনে তেঁওক এৰি দিবলৈ কিমান মিনতি কৰিলে, তথাপিও সিবিলাকে তাক নু সুনিলে, কাৰন সিবিলাকৰ মন শিলৰ নিচিনা কঠিন আচিল।

সিবিলাকে তেঁওক সেই দ এন্ধাৰ গাঁতত পেলাই দিলে। তেঁওৰ ভোক, পিয়াহ, আৰু ভাগৰ আগি, তেঁওৰ পিয়াহ গুচাবৰ নিমিত্তে এটোপাও পানি নে পাই তাতে পৰি থাকিল। তেঁও আপোনাৰ প্ৰিয় পিত্ৰিলৈ আৰু মুলটিব, আৰু তেঁও মৰিল বুলি পিত্ৰিএ ভাবিব, ইয়াকে য়োচেফে ভাবিবৰৈ কেনে অসন্তোসৰ কথা!

তেঁওৰ দুষ্ট ভায়েকবিলাকে তেঁওৰ কেঁকনিলৈ মন ন কৰি, বহি খাবলৈহে মাখোন ধৰিলে।

কিন্তু পৰম ইস্বৰে তেঁওৰ সিংহাসনৰ পৰা সিবিলাকলৈ দ্ৰিস্টি কৰি বৰ ক্ৰোধ কৰিলে।

---

## আকৰ্সন আৰু তাপৰ বিসই।

Attraction and Heat.

সকলো বস্তু জি আমাৰ চকুৰে দেখোঁ, অৰ্থাত জিহৰ দিঘল, বহল, দ আচে, সেয়ে প্ৰক্ৰিতি। প্ৰিথিবি জিহৰ ওপৰত আমি বাস কৰোঁ, সুৰ্জ চন্দ্ৰ আদি আকাসত থকা গ্ৰহবিলাক, এই সকলোকে প্ৰক্ৰিতি বোলোঁ।

প্ৰক্ৰিতিৰ জি কি আক্ৰিতি হওক ন হওক, সকলোতে স্ৰিষ্টি কৰ্তাই থাপন কৰা বেলেগ বেলেগ গুন আচে। ইয়াৰ মাজত এটা প্ৰধান আকৰ্সন অৰ্থাত ইটে সিটক টানি অনা গুন। এটা বস্তু জিমান ডাঙৰ, সিমান তাৰ আকৰ্সনো বৰ্হা, সৰু হলে আকৰ্সনো অলপ হব। জদি এক বস্তুৰ আকৰ্সনৰ ওচৰ আন এক বস্তু হই, সিবিলাক দুয়ো সম হলে সমান ৰূপে ইটে সিটক টানিব; সৰু হলে ডাঙৰটে সৰুটক আপোনাৰ ওচৰলৈ অধিককৈ টানিব, আৰু জিমান ওচৰ হই, সিমান এই গুন বাঢ়িব। জেনেকৈ দেখা তুলাপাতৰ ওপৰত এটোপা চিয়াহি পেলাইচোঁ, আৰু তাৰ নিচই ওচৰত আন সৰু এটোপা পেলালে আমি দেখিম বৰ টোপাই সৰু টোপাক টানি একে লগ

কৰা । আৰু এটা বাটিত পানি ৰাখি তাৰ মাজত এতোপৰ ফুটা পেলাইচোঁ; জদি কোনো ৰূপে পানি ঘুৰোঁতে সেই ফুটা বাটিৰ কাল লইছি, সি আৰু কেতিয়াও মাজলৈ নে জাব, কিয়নো বাটিৰ আৰ্কৰ্সনৰ গুনে তাক ধৰি আছে। একোএ বাধা ন কৰিলে, এই দৰে সকলো বস্তুএ ইটে সিটক টানি একে লগ হলহেঁতেন ।

বস্তুৰ আৰ্কৰ্সনৰ সক্তি ইয়াৰ আপোনাৰ মাজত আটাইতকৈ অধিক, আৰু জিমান গুন ইয়াৰ মাজৰ পৰা দাতিলৈ নাইবা উপৰি ভাগলৈ দুৰ, সিমান গুন আৰ্কৰ্সন কম হই । জদি মাজৰ পৰা দু গুন দুৰ, তেনে হলে চাৰি ভাগৰ এভাগ মাথোন দাতিত হই; এই দৰে জিমান গুন মাজৰ পৰা দুৰ, সিমান গুন সক্তি তাৰ দাতি বা উপৰি ভাগত কম হই ।

জদি আমি এটা বস্তুৰ আৰ্কৰ্সনৰ সক্তি আন এটা বস্তুৰ ওপৰত কিমান, জানিব খোজোঁ, তেনে হলে প্ৰথমে দুই বস্তুৰ মাজত কিমান অন্তৰ তাকে জানিব লাগে, পাচে ইটো বস্তুৰ অৰ্ধ ব্যাস কিমান? এই অৰ্ধ ব্যাসেৰে অন্তৰক হৰিলে জি ফল ওলাই, তাকে আপোনাৰ গুনেৰে পুৰিলে, কিমান গুনৰ এগুন আকৰ্সন সিটো বস্তুৰ ওপৰত পৰে, তাকে জানিব পাৰিম ।

এই ৰূপে চন্দ্ৰক প্ৰিথিবিএ কিমান আকৰ্সন কৰে, তাকে এই দৰে জানিব পাৰোঁ । চন্দ্ৰ প্ৰিথিবিৰ পৰা ২৪০০০০ মাইল দুৰ, তাকে প্ৰিথিবিৰ অৰ্ধ ব্যাস জি ৪০০০ মাইলেৰে হৰিলে ৬০ হব, তাকে আকও ৬০ এৰে পুৰিলে ৩৬০০০ হব, তেনে হলে প্ৰিথিবিএ চন্দ্ৰক ৩৬০০০ গুনৰ এগুন আপোনালৈ তাক টানে ।

জদি বস্তুৰ সৰু সৰু দুৰ ভাগ বতাহৰ ওপৰত থাকিব পাৰে, আৰু আন কোনো তাতকৈ ডাঙৰ বস্তুএ তাক আকৰ্সন ন কৰে, তেন্তে ই আপুনি এই গুনৰ দোআৰাই এক গোলাক্রিতি হব । এই ৰূপে এক সৰু টোপা নিয়ৰ পাতৰ ওপৰত নাইবা কাঁইটৰ মুৰত গোলাক্রিতি হই, কিয়নো এই ঠাইত আন আকৰ্সনতকৈ ইয়াৰ আপোনাৰ আকৰ্সন অধিক

গিয়ানি লোকবিলাকে প্ৰক্রিতিৰ এই প্ৰধান গুনৰ দোআৰাই ভাবে, জে এই আকাস আমাৰ প্ৰিথিবি আগেএ দ্ৰব ৰূপ আছিল, পাচে পৰম ইশ্বৰে আৰ্কৰ্সনৰ সক্তি দিয়াত গোলাক্রিতি হৈ কঠিন হল ।

আৰু জে বস্তু গধুৰ বোলোঁ, কেৱল আৰ্কৰ্সনৰ কাৰন । প্ৰিথিবিৰ আৰ্কৰ্সনিয় গুনে আপোনালৈ আন বস্তু টানে, আৰু আপোনাৰ অংসকো ধৰি থাকে । ওপৰত কোআ গৈচে, আৰ্কৰ্সনিয় সক্তিৰ পৰা এটা বস্তু জিমান দুৰ, সিমান এই সক্তি কম হই ।

জি বস্তু এটা প্ৰিথিবিত ২০ মোন গধুৰ হই, তাক চাৰি মাইল ওপৰত জুখিলে, দুই সেৰ কম হব । এতিয়া এই মহা গুনৰ বিসয়ে তাৰি চোআ । দেখা, পৰম ইশ্বৰৰ এই এটা গুনৰ দোআৰাই সকলো স্ৰিষ্টি প্ৰক্রিতি ৰূপ হৈ আছে ।

তাপ আকৰ্সনিয় সক্তিৰ লগত কিচু সময় থকা জেন দেখাতে অলপ লিখোঁ । জি সময়ত আৰ্কৰ্সনৰ গুনে সকলো বস্তুৰ সৰু সৰু ভাগ টানি একে লগ কৰে, তেতিয়া তাপে ইয়াৰ বিৰোধ কৰি আটাইকে বেলেগ বেলেগ কৰিবলৈ চেষ্টা কৰে । জদি সকলো বস্তুত তাপ ন হলহেঁতেন, তেন্তে আৰ্কৰ্সনৰ গুনে বস্তুক লোহাতকৈ টান কৰিলেহেঁতেন; ইমান ডাঙৰ প্ৰিথিবিকো কঠিন কৰি নিচই সৰু কৰিলেহেঁতেন । তাপ সকলো বস্তুতকৈ পৰম গিয়ানি স্ৰিষ্টি কৰ্তাৰ ইচাৰ দৰে সকলোকে সম কৰি আপোন আপোন ঠাইত ৰাখিচে ।

আমি আমেৰিকা দেসত থাকোঁতে দেখিলোঁ, জেতিয়া বৰ জাৰ হই, বাজত থাকিলে আমাৰ কান, নাক, গাল, বৰ টান হই, কিয়নো আমাৰ মুখৰ তাপ ওলোআ হেতুকে টান হল ।

আৰু দেখা, অতি জাৰেৰে দেসবিলাকত সদাই গচ গচনি সস্য নাই কি কাৰনে? কেৱল তাপ নাই কিয়া হেতুকে । জ. ট.



## ইশ্বৰ তেঁওৰ সকলো স্রিষ্টিতকৈ গৌৰৱন্ত ।

God more glorious than his Works.

আঁহা, মই কি বস্তু সুন্দৰ, তোমাক দেখুআঁও । সম্পূর্ন হৈ ফুটা গোলাপ ফুল সুন্দৰ । ফুলৰ কুঁঅৰি হেন কেনেকৈ ঠালিত বহি আছে;



তাৰ পাতবোৰ জুইৰ নিচিনা জলে; আৰু তাৰ সুঘ্রানত বায়ুও সুগন্ধি হৈছে; সকলোএ তাক দেখি ৰঙ্গ পাই ।

গোলাপ ফুল অতি সুন্দৰ হই, কিন্তু তাতকৈও সুন্দৰ আছে । জি জনাই গোলাপকে স্রুজিচে, তেঁও তাতকৈও সুন্দৰ, তেঁও প্রেম স্বৰূপ আৰু সকলোৰে চিত্ত হর্ষ কৰোঁতা ।

কি বস্তু বলৱন্ত দেখুআঁও, আঁহা । সিংহ বলৱন্ত; সি জেতিয়া গাতৰ পৰা উঠি গা লৰাই,



আৰু জেতিয়া সি এটাহ্ পাৰে, তেতিয়া পথাৰৰ পহু পলাই, আৰু বনৰ জন্তুবোৰ লুকাই; কিয়নো সিংহ অতি ভয়ানক ।

সিংহ বলৱন্ত হই, কিন্তু জি জনাই তাক স্রুজিচে, তেঁও তাতকৈও বলৱন্ত, আৰু তেঁওৰ ক্রোধ অতি ভয়ানক । তেঁও আমাক এক মুহূর্তকে মাৰিব পাৰে, তেঁওৰ হাতৰ পৰা আমাক কেৱে ৰাখিব নোআৰে ।

কি বস্তু মহিমাৱন্ত দেখুআঁও, বলা, সুর্জ্য মহিমাৱন্ত; জেতিয়া তেঁও আকাসত দিপ্তি



কৰে, আৰু ৰৱগৰ সিংহাসনত বহি প্রিথিবিৰ চাৰিও ফালে চাই, তেতিয়া তেঁওক প্রিথিবিৰ মাজত সকলোতকৈ সুন্দৰ আৰু মহিমাৱন্ত দেখি ।

সুর্জ্য মহিমাৱন্ত হই, কিন্তু জি জনাই সুর্জ্যকে স্রুজিচে, তেঁও তাতকৈও মহিমাৱন্ত । আমাৰ চকুৰে তেঁওক নে দেখোঁ, কিয়নো তেঁওৰ দিপ্তিএ চকুত চাট মাৰে দেখি আমি সহিব নোআৰোঁ । ৰাত্তিএ দিনে তেঁও সকলো ঠাইকে দেখে, আৰু তেঁওৰ দিপ্তি সকলো স্রিষ্টিৰ ওপৰত পৰে ।

তেঁও নো কোন? আৰু তেঁওক নো কি বোলে? মই তেঁওৰ গুনানুবাদ কৰিম । তেঁওৰ মহত্ত নাম ইশ্বৰ, তেঁও সকলোকে স্রিষ্টি কৰিচে । তেঁও নিজে অতি সুন্দৰ; তেঁও স্রিষ্টি কৰা বস্তুবোৰ হলে সুন্দৰ, কিন্তু তেঁও সৌন্দর্জ; সেইবোৰ বলিষ্ট, কিন্তু তেঁও বল; সিবোৰ সর্ব গুনৱন্ত, কিন্তু তেঁও সর্ব গুন ।

লৰাৰ মিত্র ।

---

## উঁইৰ কথা ।

The White ant.

এক লৰাই নানা বিধৰ পুথি দেখি বিদ্যা সিকিবলৈ বৰ ভই কৰি ভাবিলে, বোলে, মই ইমান পুথি কেনেকৈ পঢ়িম, আৰু ন পঢ়িলেই বা কেনেকৈ বিদ্যা হব, ইয়াকে ভাবি ভাবি গাঁৱৰ মূৰলৈ গৈ উঁইৰ এদম মাটি তোলা দেখি সুধিলে, বোলে, তোৰ গা দেখোঁ কোমল আৰু সৰু, তই নো ইমান মাটিৰ দম কেনেকৈ কৰিলি? তাতে উঁয়ে উত্তৰ দিলে, বোলে, মই এটা সৰু লৰাক পঢ়িব দেখি ইয়াকে সিকিচোঁ, জি মানুহে এনাহ্ ন কৰি জতন কৰে, সি সৰু হলেও ডাঙ্গৰ কৰম কৰিব পাৰে ।

লৰাৰ মিত্র ।

## গিয়ানৰ পুত্ৰ, অৰ্থাত মনুস্য ।

Child of Reason.

হে গিয়ানৰ পুত্ৰ, কৰ পৰা আহিলা? তোমাৰ চকুএ কি দেখিলে, আৰু তোমাৰ ভৰি কোন পোনলৈ গৈছিল?



মই পথাৰৰ মাজে মাজে ফুৰিছিলোঁ; জন্তুবোৰ মোৰ চাৰিও ফালে ফুৰি আছিল, আৰু কেতবোৰ গচৰ তলত জিৰাইছিল । ধানবোৰ গজি আহিব লাগিছিল, আৰু পথাৰবোৰ সৰত কালৰ ৰুপেৰে জিলিকিছিল ।

তুমি তাতকৈ আন একো নে দেখিলা নে? হে গিয়ানৰ পুত্ৰ, পালটা; কিয়নো এইবোৰতকৈও ডাঙৰ বস্তু আছে । ইশ্বৰ পথাৰতে আছিল, তুমি তেঁওক নে দেখিলা নে? তেঁওৰ কান্তি পথাৰতে আছিল, আৰু তেঁওৰ হাঁস্যত সুৰ্জ্জৰ কিৰন সজিব হৈছিল ।

মই হাবিএ হাবিএ ফুৰিছিলোঁ; গচত বতাহ লাগি হুহু সবদ হৈছিল; বান্দৰবোৰ ই ঠালিৰ পৰা সি ঠালিলৈ জঁপিয়াই ফুৰিছিল; চৰাইবোৰে ঠালিৰ পৰা সুললিত ধনি কৰিছিল ।

তুমি চৰাইবোৰৰ মাত আৰু বতাহৰ হুহুনিত বাজে আন একো নু সুনিলা নে? হে গিয়ানৰ পুত্ৰ, পালটি আঁহা, কিয়নো এইবোৰতকৈও ডাঙৰ বস্তু আছে । ইশ্বৰ গচৰ মাজত আছিল, পানিৰ মাততো তেঁওৰ মাত আছিল, গচৰ ঠাতো তেঁওৰহে সুললিত ধনিএ সবদ কৰিছিল; তুমি এইবোৰত মন নি দিলা নে?

মই চন্দ্ৰক সোনৰ জুই কুৰা হেন হৈ গচৰ আঁৰত উঠা দেখিলোঁ । তৰাবোৰ এটা এটাকৈ আকাসত উঠিল, এনেতে মেঘবোৰ কলা হৈ দখিনলৈ বাগৰি গল । বিজুলি চমক মাৰিলে, আৰু নিলগত মেঘে গাজি মোৰ ওচৰলৈ আহিলত ভয়ানক সবদ সুনি বৰ ত্ৰাস পালোঁ ।

বজ্ৰত বাজে আন একোতে তোমাৰ চিতে ভই নে খালা নে? বিজুলিত বাজে আন একোৰে জিলিকনি নে দেখিলা নে? আৰু আন একোতো ভই নে খালা নে?

হে গিয়ানৰ পুত্ৰ, পালটা, কিয়নো ইয়াতকৈও ডাঙৰ বস্তু আছে । সেই ধুমুহাত ইশ্বৰ আছিল, তুমি তেঁওক নে দেখিলা নে? সকলো ঠাইতে তেঁওলৈহে ভই, আৰু তোমাৰ মনে ত্তেনে হেন নে ভাবিলা নে? ইশ্বৰ সকলো ঠাইতে আছে; জি সবদ আমি সুনোঁ, তাক তেঁৱেইহে কই; আমাৰ চকুএ জি দেখে, সকলোতে তেঁওৰ মহিমা প্ৰকাস হৈছে । হে গিয়ানৰ পুত্ৰ, ইশ্বৰ নো হোআকৈ একো নাই, এতেকে সকলো ভাবনাতে তুমি ইশ্বৰক ভাবিবা ।

লৰাৰ মিত্ৰ ।



The Bloomer Costume.

## ডিউক অফ ওএলিংতনৰ বিবৰন।

**Memoir of the Duke of Wellington.**

ইঙ্গলণ্ড দেসৰ ওআলমৰ গাঁৱত ডিউক অফ ওএলিংতন লৰ্ড চাহাব মঙ্গল বাৰ চেপ্তেম্বৰ ১৪ তাৰিখত পৰলোক প্ৰাপ্ত হল। তাৰ আগৰ দেও বাৰত গিৰ্জাত থাকোঁতে কিচু বেমাৰ জেন তেঁওৰ মুখ দেখা হৈছিল, কিন্তু সোম বাৰৰ গধুলিত হৰিনৰ মঙ্গহ কিচু সৰহ খালে, পাচে একো বিঘিনি নো হোআকৈ সুলে। ৰাতি পুআ উঠিবলৈ জেতিয়া চাকৰ এজনে মাতিলে, তেতিয়া তেঁও নুঠি, নৰিয়া হৈছোঁ বুলি বেজক মাতিবলৈ পাঠিলে। পাচে বেজে আহি একো ৰোগ নাই কিয়া বুলি বুজি অলপ ৰুটিএ সৈতে চাহ খাবলৈ দিলে। কিন্তু অলপৰ পাচে টান কৰি বিমুৰ্চ্চিত হৈ গল। দুপৰ মানত বৰ চেঁচা হৈ কঁপিবলৈ ধৰিলে, আৰু কথা কব নোআৰা হল। পাচে জ্বি দৰৱ দিলে, তাৰে একো ভাল হোআ নাই; সেই দিনা তিনি পৰ মান বেলিত এসাঁতি বিসাঁতি নো হোআকৈ মিত্যু হল।



ডিউক অফ ওএলিংতন চাহাবৰ সিলৰ মুৰ্ত্তি

Statue of the Duke of Wellington.

ডিউক অফ ওএলিংতন চাহাবৰ নাম আৰ্থৰ ওএচলি হৈছিল। তেঁওৰ ওপৰ বংসাৱলি ১২৩৯ সঁকৰ পৰা লিখি থোআ আচে। সেই কালত মিখাএল দি ওএচলি প্ৰথম হেনৰি ৰজাৰ তলত বৰ লোক হৈছিল। পাচে দুতিয় হেনৰিৰ ৰাজ ভোগৰ কালত ওএচলিৰ বঙ্গহৰ এজন আয়ৰলণ্ড লবলৈ জোআ ফৌজৰ প্ৰধান নিচান লোআ গৰাকি হৈছিল। ত্ৰিতিয় এডোআৰ্দৰ দিনত চেৰ উলিয়ম দি ওএচলি ৰাজ মেলুআই আচিল। পাচে বিচৰ্দ কলি নামে এক প্ৰাচিন লোকৰ বঙ্গহৰ মানুহে আপোন গিয়াতি গোৰিত ওএচলিৰ তোলনিয়া পুত্ৰ তাকে ওএচলি নাম ললে। তেঁওৰ সন্তান বিচৰ্দ কলি ওএচলি ইং সঁক ১৭৪৬ দুতিয় জৰ্জৰ দিনত বাৰন মৰ্নিংতন নামে বৰ লোক কৰা হৈছিল। তেঁওৰ পুতেক গোৰিতে বাইকণ্ডন্ত ওএচলি লৰ্ড মাৰ্নিংতন নামে বাব পালে। তেঁওৰ প্ৰথম পুত্ৰ বিচৰ্দে পিত্ৰিৰ বাব পালে, আৰ্থৰ সৰু পুতেক হোআত একো বিলই নে পালে, কিন্তু পাচে ফৌজত সোমাই ক্ৰমেৰে প্ৰধান সেনাপতি হল, আৰু ডিউক অফ ওএলিংতন নামে ৰাজ কোঁঅৰৰ সমান মৰ্জ্জতা পালে।

সেই আৰ্থৰ ওএচলিৰ জনম ইং সঁক ১৭৬৯ প্ৰথম মেই তাৰিখত হৈছিল। তেঁওৰ বয়স ১৫ বচৰ হলত বাপেক মৰিল, পাচে মাকে ৰনৰ সিদা সিকিবলৈ পাঠালে। ২৫ ডিচেম্বৰ ১৭৮৭ সঁকত তেঁও ফৌজত প্ৰথমতে বিসই পালে; পাচ বচৰত তেঁওক লেপ্তনন্ত আৰু ১৭৯১ সঁকত কাপ্তান বাব দিয়া হল। ৩০ এপ্রিল ১৭৯৩ সঁকত তেঁও ৩৩ ইনফন্ত্রি পলটনত মেজৰ, আৰু ৩০ চেপ্তেম্বৰত কৰ্নেল বাব পালে।

সেই কালত ইঙ্গলণ্ড আৰু ফ্ৰাঞ্চৰ ৰাজত ৰন ওলাল, তাতে এৰ্ল মইৰা লৰ্ড চাহাবৰ তলত কৰ্নেল ওএচলি জৰ্মানি দেসত ৰন কৰিবলৈ গল। তাত ফ্ৰাঞ্চিএ সৈতে অনেক বেলি জুধ ধৰিলে, কিন্তু ফ্ৰাঞ্চৰ সেনাবোৰ ইঙ্গৰাজিতকৈ তিনি গুন অধিক হোআত ইঙ্গৰাজিএ জিনিব নোআৰি উভতি আহিল।

১৭৯৮ সঁকত তেঁওৰ ককাই বিচৰ্দ লৰ্ড মৰ্নিংতনে হিন্দুস্থানৰ অধিকাৰ গৱৰ্ণৰ জেন বল লৰ্ড চাহাব বাব পাই কৰ্নেল ওএচলিক

আপোনাৰ সেনাক লৈ হিন্দুস্থানলৈ জাবলৈ আগ্যা দিলে। তেতিয়া এই দেসৰ তিপু চুলতানে ফ্ৰাঙ্কৰ আলচ লৈ কম্পানিএ সৈতে ৰন কৰিব খুজিলে। এনে সময়ত ফ্ৰাঙ্কৰ জাহাজবিলাকে মিচৰ দেসলৈ অনেক সেনা নিয়াত ইঙ্গলণ্ডিয়া জাহাজেৰে লৰ্ড নেলচন চাহাবে ফ্ৰাঙ্কি জাহাজক জিনি ললে, এই বাত্ৰা সুনি তিপু চুলতানে গবৰ্নৰ জেনৰল লৰ্ড চাহাবলৈ মিত্ৰ ভাৱে চিঠি লিখিলে, কিন্তু গুপুতে ৰনৰ উপাই কৰি আছিল। জেনৰল হাৰিচ সেনাপতিৰ তলে প্ৰাই ৩৭,০০০ কম্পানিৰ সেনা আছিল। সেই ফৌজৰ পাচৰ মথা কৰ্নেল ওএচলিএ ৰাখিলে; এনেতে সত্ৰুএ পাচ ফালে দি আহি ১১ জনক মাৰিলে, ৩৬ জনক খুন কৰিলে। পাচে ২৭ মাৰ্চ তাৰিখত তিপু চুলতানৰ ওচৰ পাই জুধ ধৰিলে। ইঙ্গৰাজিৰ মৰা আৰু খুন হোৱা ৪০-জন মান আছিল; তিপুৰ এহেজাৰ মান মানুহ পৰিলত হুহকি গল। পাচে কম্পানিৰ সেনাবিলাকে স্ৰিঙ্গাপাত্তাম ৰাজ নগৰৰ ওচৰলৈ চাপি চাপি ৫ এপ্ৰিলত জুধ ধৰিলে। পাচে বৰ টোপেৰে সত্ৰুৰ কোঁঠ নিতৌ গুলিয়াই ভাঙ্গি ভাঙ্গি ৪ মেই তাৰিখত ইঙ্গলণ্ডিয়া ফৌজে অকস্মিতে আক্ৰমন কৰি নগৰত সোমাই জিনি ললে। সেই ৰনত তিপু চুলতানৰ গাত গুলি লাগি পৰি থাকিল; এনেতে গোৰা চিপাহি এটাই তিপুক দেখি ভাৰ হিৰা মুকুতা থকা তৰোআলৰ টঙ্গালি নিব খোজাত তিপুএ তৰোআল হাতে ধৰি চিপাহিৰ গাত ৰবকৈ ঘৈয়ালে, তেতিয়া চিপাহিএ তিপুৰ মুৰত হিলৈ দি গুলিয়াই মাৰিলে। পাচে কৰ্নেৰ ওএচলিক সেই নগৰৰ অধিকাৰ পাতিলে।

১৮০০ সঁকত চুণ্ডিয়া বাঘ নামে এজন বৰ ডকাইত ৫,০০০ মান ঘোঁৰাত উঠা মানুহে সৈতে দেস নষ্ট কৰি থকাত কৰ্নেল ওএচলিএ ১০ চেপ্তেম্বৰত তাক জুধ কৰি মাৰিলে।

১৮০২ সঁকত তেঁও মেজৰ জেনৰল বাৰ পালে, তেতিয়া মহাৰাষ্ট্ৰ লোকে সৈতে কম্পানিৰ ৰন হৈছিল। জেনৰল ওএচলি ১৬,৮২৩ সেনাই সৈতে সিইঁতৰ লগত ৰন কৰিবলৈ গল। সিইঁতৰ চিপাহি ১১,০০০, ঘোঁৰা চিপাহি ৩৮,০০০, আৰু বৰ টোপ ১০০ আছিল। আগষ্ট ৯ তাৰিখে জেনৰল ওএচলিএ আহমদ নগৰৰ কোঁঠক আক্ৰমন কৰি ললে। পাচে আচই গাঁৱৰ ওচৰত কৈতনা নদিৰ দুই পাৰে দুয়ো ফৌজে চাপি ওচৰ পাই ২৪ চেপ্তেম্বৰত ২,০০০ গোৰা চিপাহি আৰু ৩,০০০ হিন্দুস্থানি চিপাহিক লগত লৈ নদিৰ পাৰ হৈ সাহেৰে সত্ৰুৰ ৪০,০০০ সেনাক ৰন কৰিবলৈ গল। সত্ৰুৰ সকলো বৰ টোপ পোনাবলৈ ফ্ৰাঙ্কৰ গিয়ানি চাহাব লোক আছিল; তথাপি ইঙ্গৰাজিএ সাহ দি চাৰিও ফালে গুলি পৰা সময়ত আক্ৰমন কৰি সিইঁতৰ ফৌজ খেদালে জেনৰল ওএচলিৰ ঘোঁৰাত গুলি লাগি পৰি মৰিল। সেই অতি টান জুধত কম্পানিৰ মৰা খুন হোৱা ২,২৩৭ আছিল; সত্ৰুৰ মৰা স ১২০০ ৰনৰ ভুমিত এৰা হৈছিল। পাচে চিন্দিয়া আৰু বেৰাৰ ৰজা হুহকি হুহকি জোআত কম্পানিৰ সেনাই খেদি গৈ ২৮ নৱেম্বৰত লগ পাই জুধ ধৰি সিইঁতক পৰাজই কৰিলে; সিইঁতৰ ৩৯ বৰ টোপ আদি ৰনৰ সামগ্ৰি ইঙ্গৰাজিৰ হাতত পৰিল। জেনৰল ওএচলিএ সেই ৰনত অতি গিয়ান আৰু সাহ দেখুআৰ কাৰনে তেঁওৰ সহাই সেনাপতিবিলাকে ২০,০০০ টকাৰ দাম হোৱা এক সোনৰ বাটি আচই গাঁৱৰ জুধৰ সুঁৱৰনি দিলে; আৰু কলিকতাত থকা চাহাব লোকে ১০,০০০ টকাৰ দাম হোৱা তৰোআল এখন দিলে।

১ চেপ্তেম্বৰ ১৮০৪ সঁকত তেঁওক নাইত বাবৰ মৰ্জতা দিয়া হোআত চেৰ আৰ্থৰ ওএচলি নাম হল।

১৮০৬ সঁকত তেঁওক ইঙ্গলণ্ডৰ ৰাজ মেলত মেম্বুআইৰ বাৰ পালে। সেই বচৰৰ ১০ এপ্ৰিল তাৰিখত কাতেৰিন পেকেনাম নামে এজনি লৰ্ড চাহাবৰ দুহিত্ৰিক বিয়া কৰি ললে।

১৮০৭ সঁকত তেঁওক আয়ৰলণ্ড দেসৰ প্ৰধান চেক্ৰেতোৰি অৰ্থাত ৰাজ কাকতি বাৰ দিয়া হৈছে। সেই বচৰত দেন্মাৰ্কে সৈতে ৰন হো-

আত আগষ্ট মাহত তেঁওক তালৈ লৰ্ড কাঙ্কার্ত সেনাপতিৰ লগত ফৌজ নিবলৈ পঠালে । পাচে দেন্মার্কৰ ৰাজ ধানি কুপেনেগন নগৰ বেৰি ধৰিলে । আগষ্ট ২৬ তাৰিখত জেনৰল ওএচলিএ জুধ ধৰি দেন্মার্কৰ ১০০০ সেনা মাৰি ১০ টা বৰ টোপ কাঢ়ি নিলে । পাচে ২ চেপ্তেম্বৰৰ পৰা ৬ তাৰিখলৈকে কপেনেগন নগৰক বম গোলাৰে মাৰিলে, তাতে দেন্মার্কে মিলনৰ নিবেদন কৰি ইঙ্গৰাজিৰ হাতত সিবিলাকৰ জাহাজ সকলোকে দিলে ।

ইয়াৰ পাচে ফ্রাঞ্চৰ অধিকাৰ নাপলিয়ন বনাপার্তে ইস্পানিয়া দেস কাঢ়ি লৈ ৰজাক গুচাই আপোন ভায়েকক ৰজা পাতিলে, আৰু পর্তুগাল দেসকো দখল কৰিব খুজিলে । এনে সময়ত ইঙ্গৰাজিএ ইস্পানিয়া আৰু পর্তুগালৰ উপকাৰ কৰিবৰ নিমিত্তে ১৮০৮ সঁকৰ ১২ জুলাইত জেনৰল চৰ আর্থৰ ওএচলি আৰু ৯,০০০ সেনা কর্ক নগৰৰ পৰা পঠালে । পাচে পর্তুগাল দেস পাই ১৭ আগষ্টত ফ্রাঞ্চৰ লগত কালদাচ নগৰৰ ওচৰত প্রথম জুধ হল । তাতে ইঙ্গৰাজিৰ ৪০০ মান পৰিলে, ফ্রাঞ্চৰো সৰহ পৰিল দেখি সিইঁত হুহকি গল । কিন্তু ২১ আগষ্টত ইঙ্গৰাজি ফৌজ বিমিএৰা গাঁৱৰ ওচৰত থাকোঁতে তবেচ বেদ্ৰাচ নামে ফ্রাঞ্চিৰ কোঁচৰ পৰা সিইঁত ওলাই প্রধান জুধ কৰিলে, কিন্তু পৰাস্ত হলত পর্তুগাল দেসক এৰিম বুলি ইঙ্গৰাজিএ সৈতে কথা বান্ধিলে । সেই দিনৰ জুধত ইঙ্গৰাজি ৭২০ জন পৰিল; ফ্রাঞ্চৰ হানি হল ৪০০০ মান মানুহ, ২১ বৰ টোপ, আৰু ৰনৰ সামগ্রিএ সৈতে ভৰা ২৩ ৰথ ।

১৮০৯ সঁকত ইস্পানিয়াৰ সহাই হবৰ নিমিত্তে ইঙ্গলণ্ডৰ ৰজাই জেনৰল ওএচলি আৰু তালেমান সেনা সেনাপতি ইস্পানিয়ালৈ পঠালে । ২২ এপ্রিলত তেঁও লিচ্‌বন নগৰ পালে, পাচে ২৬ তাৰিখত ফ্রাঞ্চিৰ ফৌজ পাই তালাবেৰা নগৰৰ ওচৰত দু দিন ৰন কৰি জিনিলে । ইঙ্গৰাজিৰ মৰা খুন হোৱা হানি হল ৫,৩৬৭ মানুহ; ফ্রাঞ্চৰ হানি প্রাই ১০,০০০ । সেই মহা জুধৰ বাত্রা সুনি ইঙ্গৰাজি ৰজাই ৰাজ মেলে সৈতে জেনৰল ওএচলিক বাইকওন্ত ওএলিংতন নামে লৰ্ড চাহাবৰ ৰাব দিলে, তাৰ পৰা তেঁওৰ নতুন নাম ওএলিংতন হল । পাচে লৰ্ড ওএলিংতনে আপোনাৰ সেনাবিলাকক পর্তুগাল দেসলৈ নি তাতে এবচৰ মান ফ্রাঞ্চে সৈতে অলপ অলপ জুধ কৰি আছিল । ১৮১১ সঁকৰ ১৬ মেই তাৰিখত ইস্পানিয়া দেসৰ আলবুএৰা নদিৰ পাৰত মার্স্যল বিৰচফর্দ ইঙ্গৰাজি সেনাপতিএ ফ্রাঞ্চক পৰাজই কৰিলে; সেই জুধত ইঙ্গৰাজিৰ ৮০০০, ফ্রাঞ্চৰ ৯০০০ মানুহ পৰিল । ২৫ চেপ্তেম্বৰত চিউদাদ ৰদ্ৰিগো কোঁচৰ পৰা সত্রুক খেদাবলৈ ওএলিংতনে ফৌজে সৈতে জুধ কৰিলে, কিন্তু খেদাব নোআৰিলে । পাচে ১৮১২ সঁকৰ ৮ জানুআৰিত লৰ্ড ওএলিংতনে আকও সেই কোঁচ বেৰি ধৰি ১৯ তাৰিখত সিলা ব্রিচিৰ দৰে আক্রমন কৰি ললে; তাতে ফ্রাঞ্চৰ বৰ টোপ ১৫৩, আৰু সেনা ১৭০০ জন বন্দিয়াৰ হৈ ওএলিংতনৰ হাতত পৰিল । সেই জুধৰ কাৰনে ইস্পানিয়া ৰাজ মেলে তেঁওক ডিউক অফ চিউদাদ ৰদ্ৰিগো নাম আৰু ৰাব দিলে, আৰু ইঙ্গৰাজি ৰাজ মেলেও তেঁওক এর্ল অফ ওএলিংতন নাম দিলে ।

তাৰ পাচে বাদাজচ নামে প্রধান বৰ কোঁচ লবলৈ ওএলিংতন চাহাবে ডাক জুধ কৰি ৫ এপ্রিলত ললে । কিন্তু সেই কোঁচ লবলৈ অতি কঠিন; ১৮ মার্চৰ পৰা ৫ এপ্রিল তাৰিখলৈকে ইঙ্গৰাজিৰ সেনা ১,০৩৫ মৰিল, ৩,৭৮৭ খুন হল ।

১৮১২ সঁকৰ ২২ জুলাইত চালামাঙ্কা নগৰৰ ওচৰত মহা জুধ হৈ লৰ্ড ওএলিংতনে ফ্রাঞ্চৰ ফৌজবোৰক পৰাজই কৰিলে; ইঙ্গৰাজি, পর্তুগাল, আৰু ইস্পানিয়াৰ সেনা ৮৪০ মৰিল, ৪,৭২৩ খুন হল, আৰু ৩০৮ কতুৱাত হেৰাল । ফ্রাঞ্চৰ অধিক মৰিল, আৰু সিইঁতৰ ৭০০০ সেনা বন্দিয়াৰ হৈ ওএলিংতনৰ হাতত পৰিল । ইঙ্গলণ্ডত এই জুধৰ বাত্রা সুনি লণ্ডন আদি কৰি প্রধান নগৰবো-

ৰত তিনি ৰাতি দিপনিতা কৰিলে । আৰু ৰাজ মেলে লৰ্ড ওএলিংতনক ১০ লাখ টকা দিবলৈ আগ্যা কৰিলে ।

পাচে জোচেফ বনাপাৰ্ত্ত ৰজা ইস্পানিয়াৰ ৰাজ ধানি মাদ্ৰিদ নগৰৰ পৰা ছুহকি জোআত লৰ্ড ওএলিংতন ফৌজে সৈতে ১২ আগষ্টত তাতে সোমাল । পাচে ১৮১৩ সঁকৰ ২১ জুনত বিতবিয়া নগৰৰ ওচৰত ইঙ্গৰাজিবিলাকে জোচেফ বনাপাৰ্ত্ত ৰজাক জুধ কৰি জিনিলে, কিন্তু ইঙ্গৰাজিৰ ৭৪০ জন মৰিল, ৪,১৭০ খুন হল । ফ্ৰাঙ্কৰ পৰা ১৫০ পিতলৰ বৰ টোপ আৰ বহু বহু সৰু হিলৈ আদি ৰনৰ সামগ্ৰি কাঢ়ি ললে ।

৭ অক্তোবৰ তাৰিখত ওএলিংতনে ফ্ৰাঙ্ক দেসত সোমাল । ২৫ ফেবৰুআৰিত অৰ্ত্তিচৰ ওচৰত আৰু প্ৰধান জুধ হৈছিল । পাচে ৫ মেই তাৰিখত লৰ্ড ওএলিংতন পাৰি নগৰত সোমাল । তেঁওৰ অনেক ভাল কৰমৰ নিমিত্তে ইঙ্গলণ্ডৰ ৰজাই ৰাজ মেলুআই সৈতে তেঁওক ডিউক অৰ্থাত ৰাজ কোঁঅৰৰ সমান মৰ্জ্জতা হোআ বাব দিলে; আৰু বচৰি বচৰি তেঁওক এক লাখ টকা দিবলৈ আগ্যা কৰিলে । পাচে লণ্ডনলৈ গৈ তেঁও ২৮ জুনত সেই সকলো বাব বিসই ৰাজ মেলৰ আগত পালে ।

১৮১৪ সঁকৰ ১১ এপ্ৰিলত নাপলিয়ন মহা ৰজা পৰাজই হোআত সিংহাসন তিয়াগ কৰি এল্বা মাজুলিত সদাই থাকিবলৈ প্ৰতিগ্যা কৰি তালৈ গল । কিন্তু তাৰ পৰা গুপুতে পলাই ১৮১৫ সঁকৰ প্ৰথম মাৰ্চ তাৰিখত ফ্ৰাঙ্ক দেসত সোমাই নকৈ ৰন পাতিলে । তাকে দেখি ইউৰপৰ সকলো ৰজাবিলাকে ভই পাই ৰন কৰিবলৈ সেনা সেনাপতিক পঠালে । সেই সকলো ফৌজৰ ওপৰত ওএলিংতন প্ৰধান সেনাপতি; তেঁওৰ তলত ৬,২০,০০০ সেনা আছিল; নাপলিয়নৰ তলত ৩,০৫,০০০ আছিল । ওএলিংতনে আগেএ নাপলিয়নৰ অনেক প্ৰধান সেনাপতি জিনিছিলে, কিন্তু নাপলিয়নৰ আগেএ লগ পোআ নাই । সেই মহা ৰজাই সৈতে জুধ কৰিবলৈ জুগুত হলত ১৮ জুন তাৰিখত ওআতৰ্লু গাঁৱত ৰাতি পুআ বেলিত ফ্ৰাঙ্কৰ ফৌজে ওচৰত চাপিবলৈ ধৰিলে + ১১ বজাত জুধৰ আৰম্ভন হল, ৰাতিলৈকে মহা জুধ কৰিলে, সেসত নাপলিয়নৰ ফৌজ প্ৰাই নষ্ট হৈ বৰ নোআৰি ৰজাই সৈতে পলাই গল । সেই জুধত নাপলিয়নৰ ৬০,০০০, আৰু ওএলিংতনৰ ৩০,০০০ সেনা পৰিল । মৰা সৰ লগত ২৫,০০০ ঘোঁৰাও পৰি আছিল । সেই ৰনৰ কাৰনে ইঙ্গলণ্ডৰ ৰাজ মেলে ওএলিংতনক ২০ লাখ টকা দিলে । পাচে তেঁও প্ৰধান ৰাজ মন্ত্ৰি, প্ৰধান সেনাপতি, আদি কৰি অনেক বাব পাই মিত্যুৰ দিনলৈকে সকলোৰে পৰা অতি মান মৰ্জ্জতা পালে ।

ডিউক অফ ওএলিংতন মিত্যু হোআৰ কাৰনে ইঙ্গলণ্ডিয়া সকলো সেনাপতিএ আপোন বাঁও হাতত আৰু টুপিত কলা কাপৰ পিন্ধিবলৈ, আৰু তৰোআল, বৰচা, নিচানত এনে কাপৰ আৰি থবলৈ আগ্যা দিচে । প্ৰুচিয়া ৰজাও আপোন সেনা সেনাপতিক এনে আগ্যা দিচে ।

## ডিচেম্বৰ, অৰ্থাত পুহৰ পঞ্জিকা ।

**Almanac for December, A. D. 1852. Sal. Sac 1774.**

| ডিচেম্বৰ | আঘোণ | বাৰ | তিথি | দিনমান | ডিচেম্বৰ | পুহ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৪ | ২০ | ১০ ২৫ | ১৭ | ৪ | ৬ | ৬ | ১০।১৯ |
| ২ | ১৮ | ৫ | ২১ | ১০।২৪ | ১৮ | ৫ | ৭ | ৭ | ১০।১৮ |
| ৩ | ১৯ | ৬ | ২২ | ১০।২৩ | | | | | |
| ৪ | ২০ | ৭ | ২৩ | ১০।২৩ | ১৯ | ৬ | ১ | ৮ | ১০।১৮ |
| | | | | | ২০ | ৭ | ২ | ৯ | ১০।১৮ |
| ৫ | ২১ | ১ | ২৪ | ১০।২২ | ২১ | ৮ | ৩ | ১০ | ১০।১৮ |
| ৬ | ২২ | ২ | ২৫ | ১০।২২ | ২২ | ৯ | ৪ | ১১ | ১০।১৮ |
| ৭ | ২৩ | ৩ | ২৬ | ১০।২১ | ২৩ | ১০ | ৫ | ১২ | ১০।১৮ |
| ৮ | ২৪ | ৪ | ২৭ | ১০।২১ | ২৪ | ১১ | ৬ | ১৩ | ১০।১৮ |
| ৯ | ২৫ | ৫ | ২৮ | ১০।২১ | ২৫ | ১২ | ৭ | ১৪ | ১০।১৯ |
| ১০ | ২৬ | ৬ | ২৯ | ১০।২০ | | | | | |
| ১১ | ২৭ | ৭ | ৩০ | ১০।২০ | ২৬ | ১৩ | ১ | ১৫ | ১০।১৯ |
| | | | | | ২৭ | ১৪ | ২ | ১৬ | ১০।১৯ |
| ১২ | ২৮ | ১ | ১ | ১০।২০ | ২৮ | ১৫ | ৩ | ১৭ | ১০।১৯ |
| ১৩ | ২৯ | ২ | ২ | ১০।১৯ | ২৯ | ১৬ | ৪ | ১৮ | ১০।১৯ |
| ১৪ | ১ | ৩ | ৩ | ১০।১৯ | ৩০ | ১৭ | ৫ | ১৯ | ১০ ২০ |
| ১৫ | ২ | ৪ | ৪ | ১০।১৯ | ৩১ | ১৮ | ৬ | ২০ | ১০।২০ |
| ১৬ | ৩ | ৫ | ৫ | ১০।১৯ | | | | | |

*Printed and published at the Sibsagor Mission Press, by* N. BROWN, *Editor.*

# অৰুণোদই

৭ বছৰ। মোং সিৱসাগৰ, নবেম্বৰ, ১৮৫২। নম্বৰ ১১।

VOL. VII. SIBSAGOR, ASAM, NOVEMBER, 1852. NO. 11.


## সোনতকৈ স্ৰম ভাল।

Industry better than Gold.

জেতিয়া দখিন আমেৰিকা দেসলৈ সোন পাবৰ আসাৰে অনেক মানুহ গৈছিল, তেতিয়া পিজাৰো নামেৰে এটা ইস্পানিয়া দেসৰ মানুহেও আনৰ নিচিনাকৈ কঁপালৰ মাহাত্ম্য বুজিবৰ মন কৰিলে। কিন্তু তাৰ এটা তাজৰ ভায়েকক বৰ মৰম কৰিছিল দেখি সি তাৰ



পিৰু দেস জোআ পিজাৰো নামে ইস্পানিয়াৰ এজন সেনাপতিৰ নকচা।

Portrait of Pizarro, the Conqueror of Peru.

তৰৈ গৈ তাৰ অভিলাস জনাই, লগত জাবলৈ প্ৰাৰ্থনা কৰি কলে, বোলে, আমি জি ধনি সোন পাও, তাৰ আধ খিনি তুমি নিবা।

পিজাৰোৰ ককায়েক আলমগ্ৰো তেঁওৰ বৰ সন্তোসি স্বভাও, আৰু বৰ বিবেচক আছিল, তেঁও এই অভিলাস ভাল নে পাই নানা বিপদৰ কথা আৰু সোন পোৱা নো পোৱাৰ অনিচয়ৰ কথা কৈ ভায়েকক নে জাবলৈ পৰামৰ্স দিলে।

কিন্তু তেঁওৰ পৰামৰ্স পিজাৰোএ নু সুনা দেখি তেঁও তাৰ লগত জাবলৈ মান্তি হল, কিন্তু এই কথা কলে, বোলে, মোক সোনৰ ভাগো নে লাগে, আৰু আন একোকে নে লাগে, অকল মোৰ বইৰ বস্তু ধনি তোমাৰ জাহাজত নিবলৈ দিবা।

পাচে পিজাৰোএ তাৰ জি আছিল সকলোকে বেচি এখন জাহাজ কিনি আৰু আন আন কেতবোৰ সোন পাবলৈ আসা কৰা মানুহে সৈতে জাত্ৰা কৰিলে, কিন্তু আলমগ্ৰোএ হলে অকল নাঙ্গল, কোৰ, কুঠাৰ, ধানৰ বিধা, আৰু নানা বিধৰ সাকৰ গুটি ইত্যাদি খেতিৰ সামগ্ৰিত বাজে আন একোকে ন ললে। পিজাৰোএ এইবোৰ বস্তু প্ৰবাসলৈ নিব ন লগা বুলি পেটে ককায়েকৰ কথাত হাঁহি তেঁওক মুখে একো নু বুলিলে।

বৰ সুন্দৰ বতাহ পাই সিইঁত কিচু দিন গৈ সোন পোৱা ঠাইৰ ওচৰত এঠাইত জাহাজ লগালেগৈ।

তাৰে পৰা জি সোন পাবলৈ আসা কৰিছিল, তাকে খানিবলৈ আৰু আউটিবলৈ নানা বিধৰ অস্ত্ৰ সস্ত্ৰ ললে, আৰু কেতবোৰ মানুহ কুলি ধৰিলে; কিন্তু আলমগ্ৰোএ কেইটা মান মেৰ চাগ, চাইটা বলধ, আৰু সিইঁতক বাটত থুআবলৈ দ্ৰব্যহে কিনি ললে।

এইবোৰ লৈ জাহাজ মেলি সিবিলাকে নিৰ্বিঘিনিএ আমেৰিকা দেস পালেগৈ। তাতে আলমগ্ৰোএ ভায়েকক কলে, বোলে, মই তোমাৰ উপকাৰ কৰিবলৈহে লগ লৈ আহিছোঁ, এতেকে মই তিবৰ কোধৰত গৰু মানুহ লৈ থাকোঁ, তুমি সোন বিচাৰাগৈ; আৰু তোমাৰ জিমান আসা, তিমান পালে আকও তুমিএ লৈতে ইস্পানিয়ালৈ জাম।

পিজাৰোএ এই কথাতে সোন বিচাৰিবৈলৈ ওলাল, কিন্তু ভায়েকৰ কথাত থিৰ কৰি তাৰ লগৰিয়াবোৰক কলে, বোলে, মই ভাবিলোঁ জে মোৰ ককাই গিয়ানৱন্ত, ইস্পানিয়া দেসতো সকলোএ তেনে হেন ভাবিচিল; কিন্তু এতিয়া দেখোঁ তাৰ বিপৰিত হল। ইয়াত আহি তেঁও বলধ গৰুৰে হল কৰিব খুজিচে, তেঁও জেন আপোনাৰ ঘৰতহে থাকি আন একো ন কৰাকৈ খেতি কৰিব। কিন্তু আমি আমাৰ সময়েৰে কি কৰিব লাগে জানোঁ, এতেকে লৰাইত বলা, আমাৰ জদি সুকপাল হই, তেন্তে জিয়াই থকা কেই দিন ধনৱন্ত হৈ থাব পাৰিম।

এই কথাত সকলোএ প্ৰসংসা কৰি তেঁও জনেকে নিএ, তালৈকে জাবৰ প্ৰতিগ্যা কৰিলে; কিন্তু ইস্পানিয়া দেসৰ এটা বুঢ়া মানুহে মুৰ জোকাৰি কলে, বোলে, তুমি তোমাৰ ককায়েৰক জেনে অগিয়ান পাতিচা, তেনে হব নে পাই।

পাচে সিইঁত হাবিএ বনে, বাটে অবাটে, পৰ্বত নৈ চৰাই, ৰদে বৰখুনে ভালেমান ঠাই ফুৰিলে; কিন্তু এইবোৰ দুখকো দুখ নু বুলি সোন চাই চাই এঠাইত কিচু সোন পালে।

এই সুভাগ্যত বৰ উচাহ পাই জি ঠাইত সোন পালে, তাতে খানিব ধৰিলে; কিন্তু তাতে সিবিলাকৰ খাদ্য দ্ৰব্য গোটেই ঢুকাল। সিবিলাকে ভালেমান সোন পালে হই কিন্তু ভোকত অতি কষ্ট পালে, তেও স্ৰম কৰিহে আছিল, আৰু ফল মুল খাই প্ৰান ধাৰন কৰি থাকিল।

কিন্তু সেসত তাকো নো পোৱা হলত আৰু সিবিলাকৰ মাজৰ কেইটা মানৰ দুখত প্ৰান নাস হলত জি কেইটা ৰল, সিইঁতে জি সোনৰ পৰা ইমান দুখ পাইচিল, তাকে লৈ আলমগ্ৰোক জত এৰি আহিচিল, তালৈকে পেট পেলাই পেলাই চুচৰি জাব পাৰিলে মাথোন।

হইতে ই কালে সোন বিচাৰি থাকোঁতে সি কালে আলপ্তোএ কি হব, তাক আগেয়ে জানি এতোধৰ ভাল চাই মাটি বিচাৰি লৈ লগত অনা-গৰু আৰু মানুহেৰে হাল বাই চাহ কৰিলে। পাচে সি তাতে লগত অনা গুটি আৰু আলু ইত্যাদি বৈ অনেক সহ পালে। মেৰ চাগবোৰ জি আনিচিল, তাক সাগৰৰ তিৰৰ এখন পথাৰত চৰোআত গাই পতি দুটাকৈ পোআলি হল; ইয়াত বাজে পিজাবো উভতি অহালৈকে অনেক পুৰুসাৰ্থ কৰি ভালেমান খাদ্য দ্ৰব্য গোটাই থলে।

পিজাবো উভতি আহিলত ককায়েকে অতি আদৰকৈ আনি কাৰ্জ কেনেকৈ সিধি কৰিলে, তাৰে কথা সুধিলে। তাতে সি কলে, বোলে, আমি ভালেমান সোন পাইচোঁ, কিন্তু আমাৰ লগৰ অনেক মানুহ মৰিচে, আৰু জি কেইটা আচোঁ, সিও খাবলৈ নে পাই মৰিব লগা হৈচোঁ; আজি দু দিনৰ পৰা গচৰ চাল আৰু ফল মুলত বাজে আন একো খোআ নাই, এতেকে মোক সিদ্ধু খাবলৈ দিয়া।

আলপ্তোএ অতি নম্ৰ হৈ কলে, বোলে, আমি জেতিয়া আহোঁ, তেতিয়া কাতো কেৱে একো নো খোৱোঁ, বুলিচিলোঁ, তুমি স্ৰম কৰি জি সোন পোআ, তাকো মই খোজা নাই, এতিয়া মই স্ৰম কৰি উপাৰ্জন কৰা বস্তু জে তুমি খোজা, ই সৰ আচৰিত; কিন্তু তুমি মোৰ খাবৰ দ্ৰব্যে লৈতে জদি তোমাৰ সোন সলোআ, তেন্তে মই তোমাক খাবলৈ দিব পাৰোঁ।

পিজাবোএ এই কথা বৰ নিৰ্মৰমিয়াল হেন ভাবিও ভোকত সেই কথাতে মান্তি হল, কিন্তু খাবৰ দ্ৰব্যৰ সলনি আলপ্তোএ ইমান সোন নিলে, জে অলপ দিনৰ মুৰতে তাৰ এটাই খনি সোনেই দুকাল।

পাচে আলপ্তোএ জি আহাজত আহিচিল, তাতে আকও উভতি জাবলৈ কলত পিজাবোএ বৰ খঙকৈ কলে, বোলে, তুমি জেতিয়াই মই স্ৰমকৈ জি আনিচিলোঁ তাৰ আটাই খনিকে নি এনে নিৰ্মৰমিয়াল হলা, তেতিয়াই তুমি নো হোআকৈ জাম, আৰু তোমাৰ নিচিনা এনে নিৰ্দয়া ভায়ে লৈতে থোআতকৈ এই বৰত ভুকাই মৰাই ভাল।

আলপ্তোএ এই কথাত খঙ ন কৰি ভায়েকক অতি আদৰকৈ মাৰটি মাৰি কলে, বোলে, হে মোৰ প্ৰিয় পিজাবো, তুমি ইমান আপদত পৰি ইমান স্ৰমকৈ অনা বস্তু মই বৰুপকৈ নিম বুলি পতিয়াইচা নে! মোৰ প্ৰিয় ভাইৰ প্ৰতি এনে নিৰ্মৰমিয়াল হোআতকৈ পৃথিবিৰ আটাই সোনেই জদি গুচে, তেও ভাল। কিন্তু তোমাৰ ধনলৈ ইমান লোভ দেখি সেই দোস সংসোধন কৰি তোমাৰ উপকাৰ কৰিবলৈ ইচা কৰিচিলোঁ, তুমি এতিয়া সিকিলা, জি স্ৰম আৰু ভবিস্যদ বিবেচনা তুমি ঘিন কৰিচিলা, সেয়েই ন হলে তোমাক ভুকাই মৰাৰ পৰা জি সোন আনিচা, সি ৰাখিব নোআৰিলেহেঁতেন; এতেকে তোমাৰ ধন লৈ জোআ, আগলৈ তাক জি ৰূপে ব্যৱহাৰ কৰিব পাই, তাকো জানিলা।

পিজাবোএও ককায়েকৰ মৰমত বৰ আচৰিত হৈ দেখি সিকি জানিলে, জে সোনতকৈ স্ৰম ভাল।

পাচে সিবিলাকে ইস্পানিয়া দেস আকও নিৰ্বিঘিনিএ পালেগৈ, বাটত পিজাবোএ ককায়েকক সদাই তাৰ আধ খিনি ধন দিব খুজিচিল; কিন্তু তেঁও এই সমিধান দিচিল, বোলে, মই সোন নো হোআকৈ মোৰ আহাৰ মিলাব পাৰিম।

নবাব মিত্ৰ।



## ধৰমৰ কথা বাত্ৰা।

Religious Intelligence.

কলিকতা নগৰত ১১ অক্টোবৰ তাৰিখে মহেশ্বৰি দেৱি নামে চন্দ্ৰ কুমাৰ ঠাকুৰৰ নাতিনি এজনি স্ৰিযুত ক্ৰিষ্ন মোহন বানুৰ্জ্জিয়াৰ হতুআই খ্ৰিষ্টিয়ান মণ্ডলিত গ্ৰাজ্য কৰা হল। প্ৰথমতে তেঁও বিধৱা হৈ কাসিত নিবাস কৰিবলৈ গল; তাৰ আগেয়ে গিয়ানেন্দ্ৰ মোহন ঠাকুৰৰ ঘৈনিএকে মহেশ্বৰিক নতুন নিয়ম শাস্ত্ৰ দি সিকালে; পাচে কাসিলৈ জোআত গিয়াতিবিলাকে তাক কাঢ়ি নিলে, তথাপি তেঁও আন এখন পাই পঢ়ি পঢ়ি বিস্বাস কৰি সেসত কাসিৰ পৰা পলাই গিয়ানেন্দ্ৰ মোহনলৈ বাত্ৰা পঠাই সেই পাদুৰিৰ ঘৰলৈ গৈ খ্ৰিষ্টিয়ান ধৰমত সোমাল।

দিলি নগৰত ৰাম চন্দ্ৰ নামে অনেক গিয়ানৰ পুথি লিখা এজন জোতিসিয়াই বচৰ চাৰেক প্ৰমান চাই খ্ৰিষ্টিয়ান ধৰম স্বৰুপ বুলি জানিলে। পাচে ১১ জুলাইত ইঙ্গৰাজি ৰাজ ধৰমত সোমাল। তাক দেখিবলৈ হেজাৰ হেজাৰ মানুহে গোট খাই, গিৰ্জাত আৰু তাৰ চাৰিও কালে হুৰা মুৰা কৰি আছিল। আৰু ৰাম চন্দ্ৰৰ লগত চমনলাল এজন বেজকো একে ঠাইতে মণ্ডলিত গ্ৰাজ্য কৰিলে।

হিন্দুস্থান আৰু লঙ্কাত জি জি মিস্যনেৰি লোক আৰু মণ্ডলি আছে, তাৰ এই বচৰত নকৈ লেখ লৈ স্ৰিযুত মলেঞ্চ চাহাবে সমাচাৰ পত্ৰত লিখিচে। সমাজ, মণ্ডলি, পাদুৰি, আৰু সিস্যৰ সংখ্যা এই।

| | |
|---|---|
| ধন দিয়া বিদেসি লোকৰ সমাজ | ২২ |
| বিদেসি মিস্যনেৰি পাদুৰি | ৩৯৫ |
| হিন্দু দেসি মিস্যনেৰি পাদুৰি | ৪৮ |
| হিন্দু দেসি উপদেসক | ৬৯৮ |
| মিস্যনেৰি থকা ঠাই | ৩১৩ |
| এই দেসৰ খ্ৰিষ্টিয়ান মণ্ডলি | ৩৩১ |
| মণ্ডলিৰ লোক | ১৮,৪১০ |
| সবাই বুৰাই মুঠে খ্ৰিষ্টিয়ান | ১,১২,১৯১ |
| দিনৰ ইস্কুল | ১,৩৪৭ |
| তাত পঢ়া চাতৰ | ৪৭,৫০৪ |
| সবাক পোহা ইস্কুল | ৯৩ |
| তাত পঢ়া লৰা | ২১,৪১৪ |
| ইঙ্গৰাজি সিকোআ ইস্কুল | ১২৬ |
| তাত পঢ়া চাতৰ | ১৪,৫৬২ |
| চোআলিক সিকোআ ইস্কুল | ৩৪৭ |
| তাত পঢ়া চোআলি | ১১,৫১৯ |
| চোআলিক পোহা ইস্কুল | ১০২ |
| তাত পঢ়া চোআলি | ২,৭১৯ |

সেই সকলো মিস্যনেৰি কৰমত বচৰে বচৰে ১৯,০০,০০০ টকা খৰচ জাই। তাৰ প্ৰাই ৬ ভাগৰ এভাগ, অৰ্থাত ৩৩,০০০ টকা এই দেসত থকা ধৰমি লোকে দিএ; সি ৫ ভাগ ইঙ্গলণ্ড আৰু আমেৰিকাৰ পৰা আহে।

পছিম কানাদা দেসত অনেক মতৰ ধৰমত প্ৰবৰ্ত্তা লোকৰ সংখ্যা।

| | |
|---|---|
| ইঙ্গৰাজি ৰাজ ধৰমত প্ৰবৰ্ত্তা | ২,২৩,১২৮ |
| কমিয়া ধৰমত | ১,৬৭,৯৩০ |
| প্ৰেস্‌বিতিৰিয়ান মতৰ লোক | ২,০৪,৬২২ |
| মেথদিস্ট লোক | ২,০৪,৬১৩ |
| বাপ্তিষ্ট লোক | ৪৫,৪৭৫ |
| চিটান কৰা স্বতন্ত্ৰ লোক | ৭,৯৩১ |
| লুথৰন মতৰ লোক | ১২,০৮৫ |
| কুএকৰ লোক | ৭,৪৯৭ |
| ইউনিবৰ্চালিষ্ট অৰ্থাত সকলো মানুহৰ পৰিত্ৰান হব বোলা লোক | ২,৬৮৮ |
| কোনো ধৰম ন মনা লোক | ৩৬,২০১ |

ইউৰোপৰ পৰা আমেৰিকালৈ জোআ কাথলিক মানুহে ক্ৰমে ক্ৰমে সেই ধৰম এৰি প্ৰায়ে ২০ লাখ মানুহে আন ধৰম ললে।

১৮৪৯ সঁকত ৰুচিয়া দেসৰ ৰাজ ধৰম লোআ মানুহৰ সংখ্যা।

| | |
|---|---|
| কমিয়া লোক | ১,৪৭৩ |
| আৰ্মেনি লোক | ১১ |
| প্ৰতেষ্টন্ত লোক | ২,৭০৩ |
| য়িহুদা লোক | ১,৭৮৭ |
| মচলমান | ৮২৮ |
| দেও পুজক | ১,১৫০ |
| মুঠে | ৭,৯৫২ |

এই সকলোএ আপোন আপোন ধৰম এৰি ৰুচিয়াৰ গ্ৰিক ধৰম ললে। ।

## তির্থ জাত্রা ।

**Wanderings of a Pilgrim—From the Bengali**

৬ আধ্যা ।

অজোধ্যাৰ বিবৰন ।

চবি ।

অজোধ্যাৰ বিবৰন কৰোঁ মই নিবেদন,
মন দিয়া সুনা সর্ব জনে;
দেখি আহিলোঁ নয়নে, আৰু সুনিলোঁ জি কানে,
বুজাইলন্ত তাৰ বাসি গনে ।
কহোঁ জি ৰূপ বেৱস্থা পদ ভাৱে ৰচি কথা,
বিচাৰিয়া বুজিওক সাৰ;
নু বুজিলে তাৰ বিধি ন হৈবেক কর্ম সিধি,
ব্রেথা হব মোৰো স্রম ভাৰ ।

পৰাৰ ।

বঙ্গাল দেসত খ্যাতি অজোধ্যাৰ ধাম,
হিন্দু লোকে বোলে, জনমিলে স্রি ৰাম ।
সেই হেতু আছে তাতো এক তির্থ থান,
সন্যাসি সকলো জাই দর্সন কাৰন ।
ইহা জানি ময়ো জাত্রা কৰিলোহোঁ তথা,
কৰিবলৈ দৰসন স্রি ৰাম আৰু সিতা ।
কত দিনে গৈ হলোঁ থানে উপস্থিত,
ঠায়ে ঠায়ে দেখোঁ কত প্রতিমা থাপিত ।
ৰামৰ ঘাটত গৈ সৰজুতে স্নান
কৰিলোহোঁ বিধি মতে তর্পন সি থান ।
সিতা ৰাম, লক্ষনক দর্সন হেতুৰে
উপস্থিত হলোঁ মই মন্দিৰ দুআৰে;
তেতিখ্যনে ৰামাউত বৈৰাগি সকলে,
আহি মোক বেৰি ধৰিলন্ত চাৰি ফালে ।
কেৱে বোলে, আঁহা, মই কৰাবো দর্সন,
অল্প কিঞ্চিত দিবা মোক জেন তত্ৰু মন ।
নে জাবা তাহাৰ সঙ্গে, বোলে অন্য জনে,
বহু ধন হৰি লব, জানিবাহা মনে ।
এই ৰূপ হৈটে সিটে কৰি হৰা মুৰা,
লগালে বহু কন্দল সকলো বপুৰা ।
তাক দেখি একে ঠৰে ভাবোঁ মনে মনে,
কেনে ৰূপে পুন্য হব, এই তির্থ থানে?
ইতি মধ্যে দেখিলোঁ মহন্ত এক জন,
আহি দিলে কঁপালত সিন্দুৰ চন্দন;
গলে দিলে এক ধাৰ মালা পুষ্প হাৰ,
হাতে ধৰি কলে, আজি, হলা তুমি মোৰ ।
এই হেতু মোৰ ঘৰে কৰা গিয়ে গতি,
স্রি ৰাম দর্সন পাবা সিতাৰ সঙ্গতি ।
নিজ সঙ্গে লৈই মোক বহুআলে তথা,
বুলিব ধৰিলে অতি মধু স্বৰে কথা;
আস্থা পৰিয়াল বাত্রা মোহোত জিগ্যাসি,
পাচে কব ধৰিলে মহন্তে হাসি হাসি;
সিতা আৰু ৰামক দর্সনৰ কাৰন
বোলা, মোৰ আগে আনি আচা কত ধন?
পুজাৰ হেতুকে লাগিবেক কিছু অর্থ,
নিচয়ে জানিবা আচে বিধি এহি তির্থ ।
কত টকা দিব পাৰা আনিও সাখ্যাত,
এই বাক্য সুনি মই হলোঁ বজ্রাঘাত ।
নাঙ্গট সন্যাসি মই নাহিকে সম্বল,
আচিলে হাতত মোৰ এখনি কম্বল;
ম্রিগ চাল, কমণ্ডলু বিভুতিৰ গোলা,
টঙ্গালি জোলোঙ্গা আৰু ৰুদ্রাখ্যৰ মালা;
এই সব আচিলেক আৰু এক ডোৰ,
ধন সোন ঐস্বর্জাদি সেহি মাত্র মোৰ ।
ইসবৰ পৰা একো উপাই ন হব,
আৰু কোনো ধনি লোকে কদাচো ন লব ।
কি কৰিমো, কলৈ জাইমো, কি হব উপাই?
অকস্মাতে সঙ্কটে পৰিলোঁ এহি ঠাই ।
চিন্তাজুক্ত হলোঁ মই মুখে নোলাই কথা,
কহিতে ধৰিলোঁ পাচে মোহোৰ বেৱস্থা;
ৰামাত সন্যাসি বাপু তুমো তির্থ পথে,
এক কৰা কৰি মাত্র নাহি মোৰ হাতে ।
তুমিহে মহন্ত লোক ৰাম নাম বেসি,
ধন নাহি আনে কোনো জি সব সন্যাসি ।
জানি এহি সব কথা কহিচা আপুনি,
তাক সুনি হৈল সিতো জলন্ত অগনি ।
দুই চকু ৰক্ত বর্ন ঘুৰে চক্রকাৰ,
সর্ব সৰিলো কঁপিব ধৰিলে তাহাৰ ।
পাৰিলেক গালি কোনে কৰিব গনন,
বিটগাও কৰিলন্ত জেনে তাৰ মন ।
বুলিব ধৰিলে সেসে, অৰে দুষ্ট নৰ,
কি কাৰনে আহিচিলি অজোধ্যা নগৰ?
অর্থ জদি নাহি হাতে কি কার্জে আহিলি?
কিয় আসা দর্সনৰ হেতুকে কৰিলি?
তোৰ পিচে লাগি মোৰ সকলো বিফল,

কি বুজালো আজি তিৰি পূজাৰি সকল ?
আৰু সুঁনি পুনৰপি হলো চমতকাৰ,
নিৰ্ৱান মহন্তে ৰাখে গ্ৰিহস্থৰ ভাৰ ।
মাথাত দিঘল জঁট অঙ্গত বিভুত,
কৰিছে ভূসিত কঁপালত দিৰ্ঘ ফোট ।
কটিত কৌপিন তাৰ লোভে অতিসই,
তথাপিতো গ্ৰিহবাসি সুনোতে বিস্মই ।
কমল জগ্নাথ্য মালা লৈলন্ত কাৰ্হিয়া,
বাহিৰ কৰিলে মোক গলত ধৰিয়া ।
অনেক ক্ৰন্দন কৰি, কৰিলো মিনতি,
তথাপি নি দিলে দৰ্সনক অনুমতি ।
কান্দি কান্দি মন্দিৰৰ ওচৰক গলো,
তাহাতে প্ৰধান পাণ্ডা আছিলে সকলো ।
তাসম্বাৰ আগত বুজালো বিৱৰন,
সি সবেও মু গুনি বুলিলে কুবচন ।
বিনই বচন কত কৰিলোঁহো স্তুতি,
তাৰ পাছে বুলিলন্ত মহন্তৰ পতি;
যদিও কৰিছা তুমি তিৰ্থত গমন,
তথাপি পূজাৰ বিনে নে পাবা দৰ্সন;
এই হেতু সাৰ কথা মই কহো সুন,
পাঁচ সিকি দিয়া তুমি কৰিও দৰ্সন ।
ন হব তাক নি দিলে দৰ্সনৰ সিধি,
জি হেতুকে আছে জানা এহি তিৰ্থ বিধি ।
মহন্তৰো মুখে সুনি এতেক বচন,
নিচয়ে নিৰাস হলো, আৰু খেদ মন ।
নে পালো দৰ্সন, নিলে জগ্নাথৰ মালা,
দুখ মনে চলিলোহোঁ চহৰ বঙ্গলা ।
বহু দুৰ ন হই, সিতো অজোধ্যা ওচৰ,
তাতো দুই মুৰ্ত্তি আছে সিতা ও ৰামৰ ।
তাত এক পকি ঘৰ ৰামৰ মন্দিৰ,
আৰু সেই থানে আছে পুখুৰি গম্ভিৰ ।
কাঠৰ পাটেৰে বেৰি ৰাখিছে জতনে,
নাহিকে তাহাত পানি এহিসে কাৰনে ।
জাত্ৰিলোকে আহি কৰে তাহাত দৰ্সন,
বোলে, এই থানে হৈল ৰাম অন্তৰ্ধান ।
প্ৰনামি দখিনা আদি কৰি লই পূজা,
সি থানতো আছে এক মহন্তৰ ৰজা ।
অৰ্থ নাহি পালে কথা সিও নাহি সুনে,
ধৰ্ম কৰ্ম এই মাত্ৰ দেখিছো আপোনে ।

প্ৰতি দিনে বহু লোক কৰাই ভোজন,
ন হই দৰিদ্ৰ, কিন্তু পৰিয়াল গন;
অন আদি উপহাৰ জুগুত কৰিলে,
সাৰি পাতি বহে সবে ভোজনৰ কাজে;
দুআৰ বন্ধন কৰি ভোজন কৰই,
কাৰন বিদেসি জেন নাহি প্ৰবেসই ।
দুখি জাত্ৰি ভিখ্যা মাগি থাকই বাহিৰ,
ভোকে তনু দহে প্ৰান তাকে নিৰন্তৰ;
তথাপি নাহিকে দায়া সিইতৰ প্ৰতি,
কঠিন ৰিদই সব ন কৰই দ্ৰিষ্টি ।
কিন্তু জদি কোনো লোকে খোজে ঘনে ঘন,
বেঁতেৰে কোবাই তাক কৰে নিবাৰন ।
ভোজনৰ সেসে জত অৱসেস থাকে,
বাহিৰত বাটি দিএ জাত্ৰি সকলোকে;
আৰু অৱসেস পাত্ৰত সকলো ভৰি,
বাটি দিএ জাত্ৰি এক এক মুঠি কৰি ।
ব্ৰাহ্মন, বৈষ্ণৱ, সন্যাসিও ৰামাউত,
উৰ্ধ বাহু, উদাসিন আৰু অবধুত;
ইত্যাদি অতেক জাত্ৰি সেহি থানে জাই,
সেই এক মুঠি অন সকলোএ খাই ।
জদি কোনো লোকে অন ন কৰে গ্ৰহন,
বোলে, তাৰ তিৰ্থ ফল হব অকাৰন ।
এই হেতু সকলোএ ন কৰি বিচাৰ,
তিৰ্থ অন বুলি খাই হেতু উধাৰৰ ।
মোকো সেই ৰূপে এক মুঠি অন দিলে,
তাক দেখি মনে মোৰ বিস্মই জন্মিলে ।
হিন্দু লোকে বোলে, জাতি ৰখ্যা ধৰ্ম স্ৰেষ্ট,
তিৰ্থ থানে দেখোঁ সেয়ে হই মোৰ ভ্ৰষ্ট ।
এই ৰূপে গুনি অন কৰিলোঁ তিয়াগ,
তাক দেখি ৰামাউত হৈল বৰ ৰাগ;
দিঙ্গিত ধৰিয়া মোক ভূমিত পেলালে,
ইটাত লাগিয়া মোৰ ওঁঠক কাটিলে ।
তাৰ বিখে দুখ পাই কৰিলোঁ ক্ৰন্দন,
আহিলে এবাৰ সুঁনি বহু লোক গন ।
ৰুধিৰ ওলালে মোৰ হিয়াতে পৰিয়া,
সেই হেতু মিলে মোক ভিতৰে ধৰিয়া ।
কপট ভাৱতে বোলে নানা মধু বানি,
জত দিন ইচা থাকা ইয়াতে আপুনি ।
দণ্ড ধাৰি দণ্ডি দেখো স্বৰূপ নাৰায়ন,

কি কাৰ্য্যে তিৰ্থত তুমি কৰিচা ভ্ৰমন?
ৰাম নাম জপ কৰা এহি থানে বসি,
অন্ত কালে নিৰাপদে হবা স্বৰ্গবাসি।
তোমাৰ মহিমা দেখি সাধু মহাজন
প্ৰসিৰনৈছে গৈচিলে তোমাৰ চৰন।
তাক সু বুজিছে তুমি ভোলা মহেস্বৰ,
পৰিলা ইটাত কৰি মনে অতি ডৰ।
সেই হেতু চিগিল তোমাৰ ওঁঠ তাত,
কাৰ সক্তি আচে তদু প্ৰতি তোলে হাত?
কিন্তু ক্ৰিপা কৰি দোস খেমিওক বাপ,
তোমাৰ দুখত আমি পাইচো সন্তাপ।
ভিতৰে কপট ৰাখি মুখতে বিনই,
পাচে মোক নিলে তুলি ওপৰ কোঁঠাই।
দিব্য খাট আনি দিলে সয়ন কাৰনে,
আৰু সুস্ৰুসা কৰিলে লোক দুই জনে।
দধি চেনি উপহাৰ আনি তেতিখ্যনে,
জুগুত কৰিলে মোৰ ভোজন কাৰনে।
ৰাখিলে দোসত পৰি কপট অন্তৰে,
সি থানৰ অধিপতি নবাবৰ ডৰে।
কাৰন জদি নবাবে কোনো চিন্নু পাই,
কঠিন জাতনা কৰি বহু ধন লই।
সেই হেতু ভয়ে মোক ৰাখিলে নিৰ্জ্জনে,
জি জি বোলোঁ মই, সবে কৰে তেতিখ্যনে।
গুচাবলৈ ইচা কৰি মোহোৰ সন্তাপ,
সৰ্ব্বদাই আহি সবে কৰে প্ৰেম্ আলাপ,
নানা বাদ্য তাল, খোল, টম্বুৰু, মিদঙ্গ,
ইত্যাদি বজাই কৰে মনে অতি ৰঙ্গ।

দ্ৰিতিয় দিনত আহি কপটি সকলে,
তানপুৰাৰ সঙ্গে মোকো বজাবলৈ দিলে;
সেহি সব বাদ্য মই পূৰ্ব্বে সিকিচিলোঁ,
দুস্টৰ সঙ্গত পৰি তাহাক বজালোঁ।
তাৰ পাচে সকলোএ কৰিলে গমন,
নিদ্ৰাৰ কাৰনে ময়ো কৰিলোঁ সয়ন।
দ্ৰিতিয় প্ৰহৰ ৰাতি মোহোৰ আগত,
বৃধ নাৰি সঙ্গত জুৱতি উপস্থিত;
বুলিব ধৰিলে, মোক সুনা হে গোঁসাই,
মোৰ নিবেদন এক আচে তদু ঠাই।
সুনিয়া এতেক বাক্য কঁপিলোঁ ডৰত,
বিনই ভাৱতে কলোঁ বুলিব আগত;

সুনা, মাজি, নিসা কালে কি হেতু গমন,
প্ৰভাতে কহিবা মোক জি থাকে কথন।
এনে সুনি হাস্য মনে কহে বৃধ [illegible],
অনুচিত [illegible] নাজিনি [illegible]?
মহন্তৰ [illegible] মোহোৰ [illegible],
সাধ্যতে [illegible] এনে নতুন জৌৱনি,
বাদ্য আদি সুনি তদু সুললিত গান,
সেই হেতু হৈচে তাই তোমাতে মগন।
এহিসে কাৰনে মই জনালোঁ তোমাক,
গ্ৰহন কৰিও কন্যা ধৰি মোৰ বাক।
জত আচে ঐস্বৰ্য্যাদি অধিকাৰ হবা,
এই হেতু দিব খোজোঁ বিবাহ গন্ধৰ্ব্বা।
এই ৰূপে বুলি বুলি এক পুষ্প হাৰ
হঠাতে পেলাই দিলে মাথাত মোহোৰ;
পৰিলোঁ বিপদ কালে, নে দেখোঁ উপাই,
সেই হেতু নানা ৰূপে কৰিলোঁ বিনই।
জদি ইচা কৰা, মই তাহাতে সন্তোস,
কি কাৰ্য্যে গুপুত হব, হওক প্ৰকাস;
জদি এই কাৰ্য্যে মই মঙ্গল দেখিবো,
তেন্তে কিয় দেসে দেসে ভ্ৰমন কৰিবো?
আৰু বুলি অতি চলে কৰিলো বিদাই,
চিন্তা জুক্ত হলোঁ, পাচে কি কৰোঁ উপাই?
বাহিৰে জাব নোআৰোঁ, কেনেকৈ পলাবো,
বিপদ সঙ্কটে ৰখ্যা কি ৰূপে পাইবো?
প্ৰবঞ্চনা বিনে পথ নে দেখিলোঁ আন,
ভিতৰে কপটি হলোঁ এহিসে কাৰন।
সূৰ্য্যৰ উদই হৈই পুহাইলে ৰজনি,
মহন্তে পঠাই দিলে তিৰি তিনি জনি;
বুলিব ধৰিলে, মোক সুনা, নাৰায়ন,
মহন্তৰ অনুমতি কৰোঁ নিবেদন;
ঘৰত আচই তেঁওৰ দুহিতা জুৱতি,
দান দিব খোজে, হলে আপোনাৰ মতি।
এনে সুনি বুলিলোঁহো মই তাসম্বাক,
আপুনি মহন্তে জদি বুলিব মোহোক,
তেন্তে এক কথা মই তেঁওক কহিবো,
স্বিকাৰ কৰই জদি গ্ৰহন কৰিবো।
এতেক বচন সুনি মহন্তৰ পতি,
নিলাজ ৰতাৰে মোক বুলিলে অনিতি।
চল কৰি বুলিলোঁহো তাহাৰ আগত,

কৰিবো বিবাহ এহি মাহৰ সেসত,
জি হেতুক হৈছে মোৰ এহি জন্ম মাস,
লংঘন কৰিলে তাক হব মোৰ দোস;
কিন্তু বহু জসন্যাবে বিবাহক দিবা,
বাদ্য আদি বজাই কৰিবা নানা সোভা ।
মোহোৰ বচন সুনি পাইলন্ত আস্বাস,
পাব মোক কন্যা দি কৰিলে এনে আস ।
ওলাব সোমাব হেতু মোক তেতিখ্যনে,
অনুমতি দিলে পাচে প্ৰফুলিত মনে;
কিন্তু মোৰ সন্যাসি পুথিক বন্দি কৰি,
নিজ সঙ্গে ৰাখিলন্ত চন্দুকত ভৰি ।
এই ৰূপে ৰাখি মোক একাদস দিনে
জানিলে সন্যাসি নাহি জাব কোনো থানে;
প্ৰত্যাই জন্মাই তাক আৰু দুই দিন,
খুজি ললো পুথি খনি পৰ্হীৰ কাৰন ।
বঙ্গালি বৈৰাগি এক চুঁচুৰা নিবাসি,
হৰিদাস নাম তাৰ অজোধ্যা প্ৰবাসি;
তাহাৰ সহিতে কৰি প্ৰেম আলাপন,
গুপুতে কহিলো মোৰ সব বিবৰন ।
সৰল স্বভাৱে তেঁবে দিলে অনুমতি,
মোহোৰ সঙ্গত ৰাখা আপোনাৰ পুথি;
জেতিয়া ইখানৰ পৰা কৰিবা গমন,
হনুমান থানে মোক পাবা দৰসন ।
তাৰ পাচে সেই ৰূপে কৰি তেতিখ্যনে,
পাঁচিলো তাহাক মই টিকনাৰ থানে ।
পাচে কৰিলোঁহো মহন্তক নিবেদন,
আজি মই চহৰত কৰিবো ভ্ৰমন ।
এহি সুনি সঙ্গে মোৰ দস লোক দিলে,
উটত তুলি মোহোক বিদাই কৰিলে ।
চহৰৰ কোটোআল ফুৰি দেখা পালো,
মোহোৰ সকলো কথা তাহাক জনালো ।
সুনি কথা তেঁবে মোক কৰিলন্ত মুক্ত,
কুলত চত্ৰিয়া সিতো সন্যাসিৰ ভক্ত ।
মোৰ সঙ্গে চলিচিলে জত লোক গন,
সকলোকে ধৰি তাতে কৰিলে বন্ধন ।
তাৰ পাচে আৰু সুনি মোৰ বিবৰন,
মহন্তৰো বাস থানে কৰিলে গমন ।
অনন্তৰে সন্ধ্যা কালে ঘুৰি আহিলন্ত,
মহন্তৰ পতিকো সঙ্গত আনিলন্ত ।

দেখি মহন্তৰ ক্লেস মনো খেদ পালো,
কোটোআলৰ আগত বিনই কৰিলো;
মোৰ নিবেদন এই সুনা ৰাজ্য পতি,
তিৰ্থত গমন কৰোঁ, দিয়া অনুমতি ।
মহন্তৰ সঙ্গে মোৰ নাহি প্ৰয়োজন,
মোক নে মাৰিলে ক্ৰোধ কৰি এহি জন;
কিন্তু এহি মাত্ৰ দোস আচই তাহাৰ,
ন কৰিলে একো মোৰ স্বৰূপ বিচাৰ;
আৰু মোক ৰাখিচিলে নিৰ্জান কোঁঠাই,
তাহাত বন্ধন কৰি বন্দি হেন প্ৰাই;
আৰু মোৰ ধৰ্ম ভ্ৰুষ্ট কৰিব খুজিলে,
বেস্যা নিজ কন্যা মোক বিবাহ দিচিলে ।
তোমাৰ দায়াতে বাপু পাইচো উধাৰ,
আগ্যা কৰা, জাঁও মই তিৰ্থে পুনৰ্বাৰ,
ক্ৰিপা কৰি পাচে মোক দিলেক মেলানি,
মহন্তক কি কৰিলে তাক নাহি জানি ।
অজোধ্যাৰ তিৰ্থ ফল এহি দেখিচিলো,
সবাবো জাননি হেতু প্ৰকাস কৰিলো ।
নিজ মনে মনে সবে কৰিও বিচাৰ,
আত কেনে ৰূপে ভাই পাবাহা উধাৰ ।
আৰু সুনা বন্ধুগন মিনতি মোহোৰ,
জাতি কুল বুলি সবে কৰে অহঙ্কাৰ;
সকলোৰে হাতে .ৰ কৰই ভোজন,
বিৰাগি সদ্ৰিস্য কৰে সবে আচৰন;
হাৰি, ডোম, চাণ্ডাল্ আদি বোলে নিচ জাতি,
সি সবেও তিৰ্থ জাত্ৰা কৰে সাত্ৰ নিতি;
সিইঁতৰো হাতে সব সুদ্ৰ লোকে খাই,
বঙ্গাল দেসৰ নিতি জানিবা সবাই ।
ভেত্তে কিহে আচে আৰু জাতিৰ বিচাৰ,
তিৰ্থ থানে নে দেখিলো কাহাৰো আচাৰ ।
সবে মিলি মদ, মাংস, অন আদি ভাই,
বেস্যা সঙ্গে থাকি সকলোএ তাক খাই ।
ইত্যাদি অনেক ৰূপে জানিবা নিচই,
জাতি হেতু কোনো কালে ধৰম ন হই ।
অপকৰ্মে জাতি নাস কৰিচে সকলে,
দুখ মাত্ৰ হই মনে, ধৰ্ম পাথে গলে ।
এই হেতু বোলো মই, কৰা মনজোগ,
মিচা জাতি লাগি ধৰ্ম ন কৰা বিজোগ ।
দিন বন্ধু, ক্ৰিপা সিন্ধু জগত কাৰন,

খ্রিচু বিনে উধাৰোঁতা নাহি অন্য জন।
চৰাচৰ জগত তাৰিবৰ কাৰনে
উপাই কৰিলে প্রভু নিজ প্রান দানে।
তেঁওৰ প্রাচিত্তত জেয়ে কৰিব বিশ্বাস,
এৰাব নৰক দুখ, পাব স্বর্গ বাস।
ধর্ম্ম সাস্ত্রে দেখা তেঁওৰ কেনুআ চেনেহ,
পাপিৰ কাৰনে দিলে আপোনাৰ দেহ।
আমি সকলোএ অতি হলোঁ দুৰাচাৰ,
তথাপি মাতিচে প্রভু খ্রিচু গুন আধাৰ;
আহাঁ, আহাঁ, পাপিগন মোহোৰ চৰন,
সত্যে সত্যে দিবো মই অনন্ত জিৱন;
জি সবে কৰিব মোৰ প্রাচিত্ত আস্রই,
ত্যাগ ন কৰিবো তাক কহিলো নিচই।
আৰু কৈচে, জাৰ পাপ সিন্ধুৰ ৰবন,
তথাপি কৰিবো সব নিচয়ে খণ্ডন।
এনে প্রিয় বাক্য সাস্ত্রে নানা থানে আচে,
দায়ামই প্রভু নিজে প্রতিগ্যা কৰিচে।
এই হেতু বন্ধুগন চলা তেঁওৰ পাস,
কদাচো ন কৰে ত্যাগ আপোনাৰ দাস।
অনিত্য সংসাৰ মাজে নিত্য নিৰঞ্জন,
স্রিষ্টি স্থিতি কর্ত্তা প্রভু খ্রিচু সনাতন।
দেখা, ভাবি কেৱল মিচাতে জাই দিন,
সিঘ্রে ত্রান খোজা, তাই, খ্রিচুৰ চৰন।

ন. স. ক.



গ্রিক দেসৰ দিয়ানা বা আৰ্টেমি দেৱি।

## য়োচেফ বন্দি হোআৰ কথা।

Lesson XII.—Joseph a Slave.

পাচে ভায়েকবিলাকে খাই থাকোঁতেই সিবিলাকে চাই একুম মানুহ আহি থকা দেখিলে; আৰু সিবিলাক ওচৰ হলত উটবিলাকৰ ওপৰত মানুহ উঠি অহাও দেখিলে। এইবিলাক কৰ মানুহ, তাক মই তোমোলাকত কম।

সিবিলাক বৰ দুৰ দেসত বসতি কৰা লোক; আৰু জি পর্বতত সুগন্ধি দ্রব্য অর্থাত গুগুল আৰু গন্ধৰস বাৰ্হে তাকে আনিবৰ নিমিত্তে গৈচিল। সিবিলাকে এই সুগন্ধি দ্রব্য আনি বৰ বৰ একো পোলাকৈ বান্ধি উটবিলাকৰ পিঠিত দি লৈ জাই। সিবিলাকে তাকে আনিবৰ মিমিত্তে দুৰ দেসলৈ জাই, আৰু তাকে বেচি বেহা কৰে।

এই দৰে সিবিলাকৰ জিবিকা হল, আৰু এনে কৰা ভাল; তথাপিও এই মানুহবিলাক দুষ্ট বুলি দেখিবা, তেতিয়া য়িহুদা নামে এটা ভায়েকে কলে, আঁহা, এই মানুহবিলাকতে আমি য়োচেফক বেচোঁহক, কিয়নো তাক বধ কৰাত কৈ আমি বেচাই ভাল; আমি জদি তাক বেচোঁ, তেন্তে আমি কিচুমান ধন পাম; আৰু য়োচেফক বধ কৰাত আমি বৰ নির্দয়ালু হম, কিয়নো সি আমাৰ ভাই।

তথাপিও সিবিলাকে য়োচেফক বেচাৰ কাৰনে বৰ নির্দয়ালু হোআ নাই নে? এই জন ভায়েকৰ তেঁওলৈ স্বৰূপ দয়া নাচিল। তেঁওক বেচিবলৈ আন ভায়েকবিলাকেও ভাল বুলিলে। তাতে সিবিলাকে সেই মানুহ কুমক মাতি সুধিলে তোমোলাকে ডেকা লৰা এটা কিনিবা নে? সিবিলাকে কিনিম বুলি কলে। এনে কৰম কৰা অধৰম।

তেতিয়া ভায়েকবিলাকে সুধিলে তোমোলাকে তাৰ কাৰনে আমাক কিমান দিবা?

সিবিলাকে কলে, বোলে, একুৰি ৰূপ দিম।

তেতিয়া য়োচেফৰ ভায়েকবিলাকে য়োচেফক গাঁতৰ পৰা তুলি আনিলে। য়োচেফে ভাবিচিলে কি জানি সিবিলাকে মোক পিত্রিৰ ওচৈ পঠাব খুজিচে।

কিন্তু তেঁওৰ ভায়েকবিলাকে তেঁওক মৰম কৰিব খোজা নাই, ইয়াকে দুখিত য়োচেফে বেগাই জানিলে, কিয়নো গাতৰ ওচৰত মানুহবিলাক আৰু উটবিলাকো বৈ আছে। সিবিলাকে ভায়েকবিলাকক ধন দি য়োচেফক লৈ গুচি গল'গ ।

য়োচেফ গলত, ভায়েকবিলাকে কলে, বোলে, আমাৰ পিত্ৰিএ আমাত য়োচেফ কলৈ গল বুলি সুধিলে, আমি তেঁওত কি কম? আমি দেখিচিলোঁ বুলি ন কঁও; কিন্তু তাৰ চোলা মাখোন মাটিত পৰি থকা পালোঁ ইয়াকে তেঁওৰ আগত কম ।

তাৰ পাচে ভায়েকবিলাকে জাকৰে এটা মেৰ পোৱালি মাৰি, তাৰ তেজতে সেই নানা ৰবনিয়া চোলা জুবুৰিয়ালে, আৰু কলে, আমাৰ পিত্ৰিক এই তেজোমই চোলাকে দেখাম। এই হেতুকে সিবিলাকে য়োচেফক বেচা ধনকে, আৰু সেই তেজেৰে ঢকা চোলাকে লৈ ঘৰলৈ আহিল ।

সিবিলাকে মনত সুখ পাইচে বুলি ভাবিচা নে? ন হই! অধৰমিবিলাক কেতিয়াও সুখি হব নোআৰে, ইস্বৰে সিবিলাকৰ দুষ্ট কৰম তেঁওৰ পুথিত লিখি থলে ।

দুখিত য়োচেফে সেই দুষ্ট মানুহবিলাকে সৈতে হৈও, তেও সিবিলাকৰ নিচিনা তেঁও ইমান নিৰানন্দিত নাচিল; কিয়নো সক্তিমন্ত ইস্বৰ তেঁওৰ মিত্ৰি আছিল। বুৰা য়াকোবে তেঁওৰ পুত্ৰবিলাকৰ নিমিত্তে বৰ চিন্তা কৰিচিলে। মেৰবিলাকৰ মাত সুনি, সিইত ঘৰলৈ অহা জানি তেঁওৰ মনত কেনে ৰঙ্গ হব! য়োচেফ সিবিলাকৰ লগত আহিচে নে নাই, ইয়াকে চাইচিল, কিন্তু দেখা নে পালে। তেতিয়া তেঁওৰ পুত্ৰবিলাকে, সিবিলাকৰ হাতৰ তেজেৰে ঢকা চোলা আনি, য়াকোবক দেখাই কলে, আমি এইটো পালোঁ; তোমাৰ পুত্ৰৰ হই নে ন হই চোআচোন?

য়াকোবে সেই চোলা চিনি পাই, কলে, হই, এয়া মোৰ পোৰ চোলা; তেঁওক ভালুকে বা সিংহে খাই জানোঁ তোধৰ তোধৰ কৰিলে। য়াকোবে তেঁওৰ প্ৰিয় পুত্ৰৰ কাৰনে কিমান ক্ৰন্দন কৰিলে! আৰু তেঁওৰ ভায়েকবিলাকক অকলসৰে বিচাৰিবলৈ পঠিয়াইচিলে এই কথা চিন্তি কেনে অসন্তোস পালে! দুষ্ট ভায়েকবিলাকে তেঁওক সান্তনা কৰিবলৈ জতন কৰি কলে, ইমানকৈ নে কান্দিবা, কিন্তু য়াকোবে সু সুনি কলে, ন হই, মই তাৰ সোকতে মৰিম ।

সেই বুৰা মানুহৰ কিমান দুখ! তেঁওৰ চুলি পকা কালত তেঁওৰ মৰমৰ লৰাক ভালুকে বা সিংহে খালে ইয়াকে ভাবি আপোনাৰ বাখুটিত ভেঁজা দি অসন্তোস কৰি আচে; এনেতে সৰু বেনিয়ামিন তেঁওক সান্তনা দিওতা হৈচিলে। য়াকোবে তাক কলৈকো জাব নি দিএ, নাইবা তাৰ ভায়েকবিলাক কিমান দুষ্ট আছিল, ইয়াক নে জানিলেও, তথাপি তেঁও সিবিলাকৰ হাতত বেনিয়ামিনক এৰি নি দিএ ।

এই ভায়েকবিলাকে প্ৰথমে য়োচেফক খিয়াল কৰিচিল, পাচে সিবিলাকৰ পাপ লুকাবৰ নিমিত্তে মিচা কথা কৈচিল ।

কেতিয়াবা লৰাবিলাকেও সিবিলাকৰ দোস ঢাকিবৰ নিমিত্তে মিচা কথা কই, এই হেতুকে সিবিলাকে আগতকৈও ইস্বৰৰ ক্ৰোধহে তোলাই। মোৰ প্ৰিয় লৰাবিলাক তোমোলাকক ইস্বৰে সৰ্বদাই দেখি আচে বুলি মনত ৰাখিবা। তেঁও মিচলিয়াবিলাকক ঘিনাই, আৰু সিইতক কেতিয়াও ঐস্বৰ্জ থানত নিবাস কৰিব নি দিব। ক.



## ঈশ্বৰৰ চকু সকলো ঠাইতে আছে ।

"The eyes of the Lord are in every place."

এই কথাটো বৰ আচৰিত হই, কিন্তু অতি সঁচা; আৰু দিনৰ প্ৰতি মুহুৰ্ত্তকে সি তোমোলাকৰ মনত থাকিব পাই; আৰু নিচইকৈ জানিবা, জে এই কথা মনত থাকিলে আমি অনেক অকৰমৰ পৰা ৰখ্যা পাওঁ; কিয়নো তোমোলাকে কেতিয়াবা কেতিয়াবা পিত্ৰি মাত্ৰি বা আন কোনো মান্য জনৰ চকু তোমোলাকত পৰিব বুলি ভই ন কৰা নে? আৰু তোমোলাক অকলে থাকিলে জি অকৰম কৰিলাহেঁতেন, সেই কৰম তোমোলাকৰ পিত্ৰি মাত্ৰিৰ চকুৰ আগত থাকিলে কৰিবলৈ নেৰা নে?

হে প্ৰিয় লৰা সকল, মই এটি কথা কওঁ, মন দি সুনিবা, আৰু সদাই মনত ৰাখিবা, তোমোলাক কেতিয়াও অকলে নে থাকা । এই কথা মনতকৈ আপোনা আপুনি সদাই ভাবিবা হেনে, এতিয়া মোক ঈশ্বৰে দেখি আছে । আৰু জেতিয়া তুমি এঠাইৰ পৰা আন এঠাইলৈ জোআ তেতিয়াও কবা হেনে ঈশ্বৰে মোক লৰাও চাই আছে, ঈশ্বৰে তোমোলাকক ৰাতিএ দিনে দেখি আছে; জিমান দুৰলৈকে জোআ, ঈশ্বৰৰ চকু তোমোলাকৰ পাচে পাচে জাব; অতি এন্ধাৰ, ঠাইলৈকে জদি জোআ, তেও ঈশ্বৰে তোমোলাকক ভালকৈ দেখিব; প্ৰিথিবিত এনে এদুখৰিও ঠাই নাই, জে তেঁও নে দেখে, আৰু সেই ঠাই ইএ সিএ জিমান অন্তৰ হওক ন হওক, তেঁও একে বেলিএ দেখে । এই মুহুৰ্ত্তকত তেঁও কোন ঠাইত কি হৈছে, তাকো জানে, এতেকে তোমোলাকে এতিয়া জানিলা, জে তোমোলাক এক মুহুৰ্ত্তকো অকলে নে থাকা, কিন্তু এই কথা কেতিয়াবা ভাবা নে? ন ভবা হেন পাওঁ ।

হে প্ৰিয় লৰাইত, এতিয়া এই কথা ঈশ্বৰে তোমোলাকৰ মনত জেন ভালকৈ থই, আৰু তোমোলাকেও জেন কোনো অকৰম কৰিব খুজিলে ঈশ্বৰে দেখি আছে বুলি, তাৰ পৰা পৰাঙ্মুখ হোআ । ঈশ্বৰে সকলো বিধৰ কুকৰমকে বেয়া পাই বুলি তোমোলাকে জানা, আৰু তেঁও কোনো কথা কেতিয়াও নে পাহৰে । এতিয়া ঈশ্বৰক জদি তোমোলাকৰ আগতে দেখিলাহেঁতেন, তেন্তে কোনো বৰ সাহিয়াল লৰায়ো তেঁওৰ আগত অকৰম কৰিবলৈ সাহ ন কৰিলেহেঁতেন, কেয়ে বেয়া কথা ন কলেহেঁতেন, কাৰো চিত্তত অসত্ত্ব কথা নে থাকিলহেঁতেন, আৰু সকলোএ সেই মহত্ত বস্তুক ভই কৰি কলেহেঁতেন, বোলে, মই কেনেকৈ ঈশ্বৰৰ আগত নে মানি এই কুকৰম কৰিম? কিন্তু লৰাইত, নিচইকৈ তুমি জতে আচা, তাতে ঈশ্বৰো আছে; আৰু তুমি জি জি কৰা, সকলোকে দেখি আছে জদি কোনো সৰপা লৰাই ৰাটে ৰাটে ৰঙ্গকৈ ফুৰে, ঈশ্বৰৰ চকু সি জি ৰাটে ফুৰে তাতে আছে; নাইবা কোনো সৰু লৰাই ওচৰত কাকো নে দেখি পৰৰ খেমালি কৰা বস্তু আনিবলৈ হাত মেলিলে এজনাৰ চকু তাত পৰি থাকে, আৰু সেই চকুএই ঈশ্বৰৰ ।

হে প্ৰিয় লৰা সকল, ঈশ্বৰে তোমোলাকক চাই আছে বুলি ভাবিবলৈ ভাল পাব পোআ; আৰু জিবোৰ লৰাই আপোনাৰ মনক দমি ঈশ্বৰে সন্তোস পোআ কৰম কৰে, সেইবোৰেহে এনে ভাবনাক ভাল পাই; সিবিলাকে ভাবে, বোলে, আমাৰ সকলোৰে পিত্ৰি জে আমাত সন্তুষ্ট হৈছে, তেঁও মোৰ দুখকো দেখে, আৰু সুখ সান্তনা কৰিব, তেঁও মোৰ অভাবকো জানে, আৰু তাক গুচাব; মই নৰিয়া পৰিলে বা পিত্ৰি মাত্ৰি হিন হলে তেঁও দেখি থাকে; আৰু মই জানোঁ, জি সময়ৰ মুৰত তেঁও মোলৈ সান্তনা পঠিয়াব. তেঁও জেন পৰম বন্ধু মোৰ অভাব দেখিবলৈ আঁতৰত নাই, সেই দেখি মোৰ দুখৰ সদনি ভাবনা কৰিব নে পাওঁ, কিয়নো তেঁও দেখি আছে, আৰু মোক ৰখ্যা কৰিবলৈ তেঁওৰ হাত অৰণ্যে মেলিব ।

এই সকল অতি সুন্দৰ চিন্তা, এতেকে নিচই জানিবা, জে ঈশ্বৰে তোমোলাকক সদাই দেখি; থাকে আৰু সেই নিমিত্তে সুকৰম কৰা নে, অকৰম কৰা, তাকো দেখে, এই সকল কথা

গুনি সদাই চলিবা; আৰু জিহৰ পৰা ইহঁত ওচৰত আচে বুলি জানিলে অসন্তোস ন হৈ আনন্দ হই, তাকে কৰিবা। নবাৰ মিত্ৰ।

## বকৰে সামুক ভঙ্গাৰে সাধু কথা।

**Fable of the Heron and the Flamingo.**

কোনো বিলৰ ওচৰত এটা বক আৰু এটা সামুক ভঙ্গা থাকে, আৰু দুয়ো চৰায়ে বিল খানৰ মাচ পোক পৰুআ খাই। পাচে অকস্মাত এবচৰি বৰষুন নাই কিয়া হেতুকে সেই বিলৰ আটাই পানি সুকালত অকল বোকা 'মাথোন বল। বকৰ পানিৰ পৰা মাচ ধৰি খোআ অভ্যাস, কেৱল বোকাতে জাৰ নোঅৰাতে খোআও বন্ধ তাকৰ হৈ অতি বৰ দুখ পাই বক মৰাৰ নিচিনা হল। কিন্তু সামুক ভঙ্গা চৰাইৰ বোকাৰ মাজৰ পৰা মাচ তুলিবৰ সক্তি আচে, এতেকে মনৰ ইচাৰে মাচ খাই মহা আনন্দে নিতৌ নাচ কৰে। পাচে বক অতি চৈঙ্গৰ হৈ ইয়াৰ আন একো উপাই নে দেখি, সামুক ভঙ্গা চৰাইকে বুলিলে, হেৰা ভাগ্যৱন্ত, তুমি আৰু মই বহু দিনৰে পৰা এই ঠাইতে থাকোঁ, তেও তোমাৰে মোৰে কথা বাত্রা, খোআ দোআ, প্রিতিৰ ভাও হোআ নাই, এইটো ভাল কথা ন হই, এতেকে তোমাৰে সৈতে মিত্র কৰিবলৈ মোৰ মন হই। ইয়াতে সামুক ভঙ্গা চৰাই বগলিৰ ধুর্ত্তালি খু বুজি মনজুৰে হল; পাচে দুয়ো মিতিৰ বন্ধালে। কিচু দিনৰ পাচত বগলিএ বুলিলে, হেৰা মিতিৰ, বিলৰ পানি সুকালতে মাচ ধৰিব নোআৰি লঘোন থকাতে মই অতি দুখ পাই আচোঁ, এতেকে জদি তুমি এনে কালতে কিচুমান খাবলৈ দিয়া, তেহে বখ্যা পাঁও; আৰু তোমাৰ লগৰিয়া হৈ থাকিম, পাচে তোমাৰ আপদ কালেময়ো উপকাৰ কৰিম। কিন্তু এতিয়া তোমাৰ উপকাৰ কৰাৰ সামৰ্থ আচে, সদাই পৰৰ উপকাৰ কৰা, এয়ে তোমাৰ উচিত হই; জি হেতুকে লোকৰ উপকাৰৰ পৰা অনেক পুন্য আন নাই, আৰু আতুৰ প্ৰানিৰ উপকাৰ অৱস্যেই কৰিব লগা, কিয়নো বোগ নাই কিয়াৰ ঔসধ দি উপকাৰ কৰা অনৰ্থক হই, কিন্তু বোগোৰে প্ৰানিৰ সাৰ্থক হই। এতেকে এতিয়া মই অনাহাৰে বৰ কষ্ট পাই আচোঁ, খাবলৈ দি মোৰ দুখ গুচুআ। সামুক ভঙ্গা চৰাই অতি দয়ালু, বগলিৰ এই ৰুপ বঞ্চনা কৰা চঞ্চল কথাতে দোস বিচাৰ ন কৰি, আগুই কৰি থকা জানি, বকক প্ৰতিপাল কৰিব ধৰিলে। কিচু দিনৰ পাচত বৰ বৰষুন হোআতে বিল ভৰপুৰ হল। তাতে বকে জলৰ পৰা মাচ ধৰি খাবলৈ প্ৰবৰ্ত্তিলে, আৰু সামুক ভঙ্গাই সহহ পানিৰ নিমিত্তে কিচুএই নোআৰি চিত্তে ভাবিলে, জি বগলিৰ উপকাৰ কৰি আচোঁ, সি আমাৰ উপকাৰ অৱস্যে কৰিব; তাতে বকৰ পাচে উপকাৰ দুৰৈতে থাকোক বুলি, কেৱল এনে ন হই; কিন্তু সি সদাই সামুক ভঙ্গাৰ কিমান দোস, তাকেহে চাবলৈ লাগিল। পাচে কোনো দোস নে পাই বুলিলে, হেৰা সামুক ভঙ্গা, তোমাৰ অকাৰনে নাচি থকা আমাৰ সহনিয় ন হই। এতেকে তোমাৰ নিমিত্তে মই এই ঠাই এৰিলোঁ, ইয়াকে বুলি সি আন বিললৈ উৰি গল, তাতে সামুক ভঙ্গা খাবলৈ নে পাই মৰিল।

### ইয়াৰ অৰ্থ এই।

কালেঙ্গি দুৰ্জন লোকে আপোনাৰ দুখৰ কালত আনৰ ওচৰত নানা প্ৰকাৰ প্ৰিয় বাক্য কৈ, আৰু মিচা সাধু ভাও দেখাই, কেৱলে আপোন কাৰ্জ সিধি কৰাৰ অৰ্থে মিত্ৰ কৰে; পাচে কাৰ্জ সিধি হলে, প্ৰত্যুপকাৰ দুৰ কৰিবলৈ মিচা কোনো এক দোস দি আপুনি এৰি জাই।



## অনেক দেশৰ সম্বাদ।

Journal of Events.

শিৱসাগৰ জিলাত নবেম্বৰৰ শেষ পখত মাউৰ লাগি দিনে পতি ৩।৪ কৈ মানুহ মৰে।

চাউল কৰ্হা গাৱৰ ওচৰত এটা মানুহে লোকৰ ধাননিত ৰাতি সোমাই এভাৰ দাঙৰি চুৰ কৰি বাহ্নিলত তেতিয়াই গ্ৰহনিএ ধৰি এবেলি পেট চলিএই মৰিল, এই বাত্ৰা শুনিছোঁ।

যোআ অক্টোবৰৰ ৩১ তাৰিখ ৰবি বাৰৰ দিনা প্ৰাই ১২ কি ১ ঘণ্টাৰ সময়ত গুআহাটিৰ পান বজাৰত জুই লাগি শ্ৰিযুত বাবু শম্ভুনাথ বৰুৱা মুনচেফৰ ঘৰকে আদি কৰি ৮০।৯০ টা মান ঘৰ পুৰিলে, তাতে বহু বস্তু হানি হল, আৰু জুয়ে পোৰে বুলি থানাৰ দাৰোগা আৰু তাহাৰ লোকে অনেক মানুহ লগাই দি ২০।৩০ টা মান ঘৰ ভাঙ্গি দিলতহে ৰখ্যা পৰিছে। তাতে ধান, চাউল, কপাহ, বা লা, আৰু তুলা আদিত জুই লাগি ৩।৪ দিন মান ধুমুআকৈ আছিল; কোনো কোনো গিৰিহঁতে সেই বস্তুবিলাক জুই ধুমুআই ললে, কোনোএ ন ললে।

এই নগৰত বৰ্ত্তমান বছৰ প্ৰাই মাউৰ লাগি, মানুহ, গৰু, বা মহকে আদি কৰি নষ্ট হৈছে, কিন্তু অক্টোবৰ মাহৰ শেষ পখৰ পৰা মাউৰ টান হৈ দিনে পতি ১৮।২০ জনকৈ মৰিছে, এতিয়া গুচা নাই, এই মাউৰতে শ্ৰিযুত ৰাম দুৰ্লভ চাটুৰ্য্যা কমিচৰি বাবু মৃত্যু হল; নগৰৰ বাহিৰে বেলতলা আৰু তিমৰুআকে আদি কৰি মফচলবিলাকত এই দৰে মৃত্যু হৈছে।

বৰ্ত্তমান মাহৰ ৮ তাৰিখৰ ৰাতি ৩।৪ ঘণ্টাৰ সময়ত আঠ গাঁও মৌজাৰ মাউৰত পৰা এজনি গৰ্ব্ভৱতি তিৰিএ এটা লৰা পালে, কিন্তু সেই লৰাই শিয়ালৰ দৰে এটাহ পাৰি উকিয়াই, খোঁৱাৰ দৰে হেপনি দি, ৩।৪ দণ্ডৰ পাচত মৃত্যু হল। সেই গাঁৱৰ মানুহে সেই সৰু লৰাৰ এনে অদভুত এটাহত বিস্মই মানিলে।

নবেম্বৰ মাহৰ ১ তাৰিখত মাচ খোআ মৌজাৰ গৰিয়া এঘৰত এটা কুকুৰা চৰাইৰ পোআলি এটা জগিল; সেই পোআলিৰ মুৰ দুটা, এটা গা, ডেউকা দু খন, ভৰি দু খন, চকু চাইটা; এনে আচৰিত ৰূপে জগি এবেলা মান থাকি মৰি গল।

গুআহাটিৰ পৰা শ্ৰি মুক্তাৰাম দাসে লিখিছে, এই সকৰ মেই মাহৰ পৰা আগষ্ট মাহলৈকে কামৰূপৰ মাজত হাজো, বৰিগোগ, আৰু পূৰ্ব্বপাৰ, পাণ্ডুৰি, বৰভাগ ইত্যাদি পৰগনাত কেতবোৰ গৰু পেট বৈছে। সেই পেট বোআ গৰুৰ ওচৰলৈ জাব নোআৰি, বিষ্টাৰ অতি দুৰ্গন্ধ। সেই দুৰ্গন্ধ হেতুকে নিল বৰন অৰ্থাত বতৰত কৰি জিলিকা মাখিবিলাকে গৰুটোৰ গাত কলা হৈ পৰি সিদ্ধে পোক দিএ। জি গোহালিত পেট বোআ গৰু থাকে, সেই গোহালিতো সেই মাখিএ বেৰা ঘৰ কলা পৰি ৰাতিএ দিনে গৰুটো ন মৰালৈকে মৌৰ দৰে গৰ্জ্জি থাকে। কিন্তু সেই গৰু হলে ৪।৫ দিনহে জিয়াই থাকে। কিছু পোক কম হোআবিলাক হলে ৯।১০ দিন থাকি মৰে। মৰিবৰ সময়ত ৩।৪ বাৰ আচাৰি আচাৰি মৰে, তেতিয়া অতি মৰম লগা ডেদনি কাঢ়ি এভাগ এই ৰূপে মৰিছে। আৰু এভাগ বসন্ত ওলাই ৩।৪ দিনৰ মূৰত ঘাঁহ পানি খালে ভাল হই, জদি ঘাঁহ পানি নে খাই পৰে ৯।১০ দিনৰ মূৰত মৰে, মৰা মাত্ৰকে পেটটো ফিকি আছে। এই দৰে পৰগনাবিলাকত কোনো মানুহৰ এভাগ গৰু মৰে, তিনি ভাগ ভালে থাকে; আৰু কোনো কোনো মানুহৰ সকলোবিলাক গৰু মৰে। পাচে সেই মানুহ পৰাচিত হই, অতএব এই বছৰ পৰগনাত জুন জুলাই মাহত খেতি কৰিবলৈ ন হল, আগষ্ট মাহত জি দুখিয়া মানুহে ভাল গৰু হালত ৩০।৪০ টকা মূল্য, নৰম হালত ২০।২৫ টকাত কিনি, আৰু দুখিয়া মানুহবিলাকে সেই গৰু কিনা সকলৰ মৰকিয়া ধৰি

আগষ্ট মাহৰ ১০। ১২ দিন জোআত খেতিৰ আৰম্ভ কৰি, চেপ্তেম্বৰ মাহৰ ১৭। ১৮ দিন জোআত কোনোবোৰ মানুহৰ খেতি উঠিচিল। কেতবিলাকৰ ১। ২ দোন মাটি কৰবৈলৈ বাকি থকাত ২০ চেপ্তেম্বৰত বান পানি হৈ, মাজে মাজে বহু খেতি নষ্ট কৰিলে। আৰু কেতবিলাক মাটি বোকা দি কঠিন্না পেলোআই থাকিল; কৰবৈলৈ ন হল। জি বা কইচে, সিও দুমেদিয়া খেতি, ইবাৰ খেতিৰ বৃদ্ধি নাই। আৰু এপ্রিল মেই মাহত জি আহু ধানৰ খেতি কৰিচিল, সিও পানি নো হোআত ভাল ন হল, এই হেতুকে চেপ্তেম্বৰ মাহৰ পৰা লোটা, বাটি, কাপৰ, আৰু অলঙ্কাৰ আদি অতি সস্তাই ধানৰ কাৰনে দিচে। পাচে অকাল হব হেন মনে ভাবিচোঁ। আৰু মেই মাহত জি গৰুৰ গুটি ওলোআ নাই এড়িয়া ওলাইচে, কিন্তু আগৰ দৰে এতিয়া গৰু মৰা নাই, আৰু ভুৰ অর্থাত কলা পোক আৰু ফৰিঙ্গ পৰি ঠায়ে ঠায়ে ধানৰ গচ কাটি কাটি নষ্ট কৰিচে, আৰু সিন্দুৰিয়া ৰোগ আৰু পাত কটা ৰোগ হৈও সেই ৰূপে নষ্ট হৈচে।

আগষ্ট চেপ্তেম্বৰ মাহত পূর্বপাৰ পৰগনাৰ মাগুৰি গ্রামত কোনো ঘৰত ভেঁটি মৰিয়া আৰু কোনো ঘৰত ৪। ৫ আৰু ৩। ২। ১ এই দৰে কোনো ঘৰ বাকি নো হোআকৈ মৰিল, আৰু সেই পৰগনাৰ মাজত পালা আৰু নহৰা, মইহাটি, এই তিনি গাঁৱত কিছু কিছু মৰিচে।

চেপ্তেম্বৰ মাহত ৰবিগোগ পৰগনাৰ বৰ খোলা গাৱত মাৰুন হৈ কিছু কিছু মৰিচে।

অক্তোবৰ মাহত পাণ্ডুৰি পৰগনাৰ ইচাপুৰ গাঁৱত বহু বহু মানুহ মৰিল।

মানৰ সেনাপতি বন্দুলাই কম্পানিৰ ভয়েৰে প্রোম নগৰৰ পৰা হহকি জোআত মান ৰজাই তাক দণ্ড কৰিবৰ মনেৰে মাইকিৰ সাজ পিন্ধাই ৰাজ্য নগৰলৈ আনিবলৈ চাউদাজ পঠাই দিলে। সেই কথা বুজ পাই বন্দুলাই পলাই আহি ইঙ্গৰাজিৰ সেনাপতিৰ সৰনাগত হল। তাৰ তিৰোতাও মতাৰ সাজ পিন্ধি আন মনুহে ন জনাকৈ আপোনাৰ পৈএকৰ লগত আহিল।

প্রোম নগৰত বহু খাল বোকা ঠাই হোআৰ কাৰনে অনেক চিপাহি জৰ নৰিয়া পৰি আচে। হস্পিটালত ১০০ মান মানুহ আচে।

স্যাম লোকৰ ১৫,০০০ সেনা আৰু ১০০ হাতি মান দেসৰ পুৰ কালে গোট খাইচে, বুলি সুনিচোঁ। কিন্তু মানৰ অহিতে বা মানৰ উপকাৰলৈ আহিচে, ইয়াক মানুহে নে জানে।

ঐৰ দুআৰে মগ দেসৰ পৰা কম্পানিৰ ফৌজে মান দেসত সোমাবলৈ ১৫০ টা হাতি গোটাই ভাৰ বৰলৈ লৈচে।

গবর্নৰ জেনৰল লর্ড চাহাবে দেস যুৰি চিলট আৰু আচামলৈ আহিব খোজে বুলি সুনিচোঁ।

ৰাংগুন নগৰৰ স্বেইদাগঙ্গ বৰ মঠৰ ওচৰত থকা ঘৰত ১৫ পিঁপা খাৰ জুইৰে ফুটি ঘৰ সৰেৰে খাঁৰ ৩ মাইললৈকে প্রিথিবি কঁপি গল। তাতে তিনি জন মানুহ মৰিল, ওচৰত থকা বঙ্গ ঘৰো জুইৰে পুৰিলে।

১৩ নৱেম্বৰত নিজাম নামে এখান জাহাজ লণ্ডনলৈ জাবৰ নিমিত্তে হুগলিএ দি ভাটিয়াই জাওতে বাতিৰ জোঁআৰৰ দোআৰাই তল কৰা হল; পুআতে আনবিলাকে তাক বিচাৰি বালিত পোতা দেখিলে।

আগষ্ট মাহত ইঙ্গলণ্ডৰ একচিতৰ নগৰত এটা ঘৰত বজ্রপাত পৰি কেতবিলাক মানুহৰ গাত লাগিল, সিবিলাকৰ এজন মৰিল। আৰু এজন মানুহে বেল পাড়িবৰ নিমিত্তে কাম কৰাত তাৰ যৈনিএকে জল পান দিবলৈ জাওতে তাৰৰ উঠিল। পাচে বৰখুন পৰাত তাই এজোপা গচত আস্রুই ললে; পৈএকে বোলে, তাত নে থাকিবি, সৌ ঘৰলৈ জোআ, কিন্তু তিৰোতা ন গৈ তাতে থাকিল। অলপৰ পাচে সেই গচত বিদুলি লাগি গচৰ গুৰিলৈকে ফলা হৈ জোআ দেখিলে, আৰু তাৰ পৰা ধুঁআও উঠিল। তেতিয়া মানুহবিলাকে গৈ সেই তিৰোতাক মৰা আৰু কাপৰ পোৰা পালে।

ফ্ৰাঞ্চৰ দেশাধিকাৰক মাৰিবৰ নিমিত্তে ১০০ বাৰ ক্ৰহি মানুহ মাৰ্চেলচ নগৰত গোট খাই ভালেমান নলিৰে এটা জন্ত্ৰ সাজি অধিকাৰ জোৱা বাটৰ ওচৰত লুকাই ৰাখিলে, কিন্তু থানাৰ পুলিচে তাৰ গম পাই অধিকাৰ নৌ আহোঁতেই সিহঁতক ধৰিলে ।

পাৰ্চি দেশৰ বাদশ্যাই .চিকাৰ কৰিবলৈ ওলাই জোৱাত ৬ জন বাজ ক্ৰহিয়াই দা আৰু পিষ্টল লৈ, ৰজাৰ বাটত খাপ দি দেখা পাই আৰ্জি দিবৰ চলেৰে ওচৰলৈ চাপি গৈ মাৰিবলৈ ধৰিলে; তাকে দেখি ৰজাৰ লগৰ সেনাই এটাক তৰোআলেৰে কাটিলে, দুটাক ধৰিলে, তিনটাই লৰ মাৰি এটা নাদত সোমাই লুকাল, পাচে বিচাৰি বিচাৰি সিহঁতকো ধৰি বান্ধিলে ।

আমেৰিকা দেশত এৰিকচন নামে এজন গিয়ানি লোকে ভাপ জাহাজ ভাল নু বুলি তপত বায়ুৰেহে জাহাজক চলাব খোজে । তাৰ প্ৰমানৰ নিমিত্তে সেই মানুহে এখন বৰ জাহাজ সাজি প্ৰায়ে এঁটোৱা হল । প্ৰথম নবেম্বৰত তাৰ পৰিখা কৰিব বুলি সমাচাৰ পত্ৰত লিখিচে । এনে জাহাজ জাব পাৰে নোৱাৰে, তাক আমি ফেৰৰুআৰি মাহতে সুনিব পাঁও ।

বৰ্জিনিয়া প্ৰদেশত এটা মানুহে জানৰ পানি খাঁওতে জোক গিলিলে । পাচে তাক উলিয়াবলৈ অনেক বঁতিওআ দৰৱ খালে; সেসত জোক ওলাল, কিন্তু পেটত জোকে বৰকৈ কামোৰাত দু দিনৰ পাচে মানুহ মৰিল ।

আমেৰিকা দেশৰ মিলোআঁকি নগৰত ২৭ জুলাই ৰাতি মেঘৰ গৰ্জন আৰু বৰ বৰখুন হল । পাচে পুআত মানুহ উঠি বাটৰ কাখৰ আদি সকলো ঠাইত ২ আঙুল মান দিঘল, এনে হেজাৰ বেঙ দেখিলে । বৰখুনে সৈতে ওপৰৰ পৰা পৰিল বুলি মানুহে ভাবিচে; কিন্তু কোনো বিলৰ পৰা বামাৰলিৰ বেগত তোলা হৈচিল, নাইবা আন প্ৰকাৰে উঠিল, তাক কেৱে কব নোৱাৰে ।

কালিফৰ্নিয়া দেশত মৌ মাখি নাই কিচিল, সেই নিমিত্তে মৌ পাবৰ আসাৰে এতিয়া তালৈ দুই এক বাহ নিচেগৈ । প্ৰথম বাৰ নিয়াবোৰ দখিনে দি জাঁওতে তাপৰ কাৰনে তাৰ বাহৰ জুল পমি জোআত মাখিবোৰ মৰি গল ।

কানাদা দেশৰ প্ৰজাৰ সংখ্যা পিয়লত এইমান পালে ।

| | |
|---|---|
| পচিম কানাদাত | ৯,৫২,০০৫ |
| পুব কানাদাত | ৯,০৪,০০০ |
| মুঠে | ১৮,৫৬,০০৫ |

১৮৪৮ সঁকত ওপৰ হিন্দুস্থান আৰু ১৮৫০ সঁকত মাদ্ৰাজ প্ৰদেসৰ পিয়ল কৰাত তাত নিবাসি লোকৰ এইমান সংখ্যা পালে ।

| | প্ৰজাৰ সংখ্যা । | বৰ্গ মাইল |
|---|---|---|
| ওপৰ হিন্দুস্থান | ২,৩১,৯৯,৬৬৮ | ৭১,৯৮৫ |
| মাদ্ৰাজ | ২,২৩,০১,৬৯৭ | ১,৩৬,৮৪৫ |

হিন্দুস্থানৰ আজিমগৰ জিলাত মানুহ অতি সৰহ, বৰ্গ মাইলে পতি ৫২১ মানুহ আচে; হৰিয়না জিলাত মাইলে পতি ৬৮ জন মাথোন ।

ইঙ্গলণ্ডত গচ ত্ৰিনৰ পৰা গাচ অৰ্থাত বায়ু উতপন কৰি তাৰে চাকি লগাই ঘৰে ঘৰে দিপ্তি কৰাই । কলিকতাত এই ৰুপে ঘৰে ঘৰে চাকি দিবলৈ উপাই কৰিবলৈ আলচিচে, চাকিএ পতি মাহে মাহে আচাৰি মান টকা খৰচ হব ।

---

সাঁথৰ ।

১ । উমত সাৰ তাপৰ,
দুখিয়াৰ কাপৰ ।

২ । সহাই হোৱা,
কথা নো কোৱা ।

৩ । সোন জিলিকি,
দুখিয়াৰ চাকি ।

৪ । জাকে আনিবলৈ গলোঁ,
তাকে দেখি পলালোঁ ।

উত্তৰ । ১ সুৰ্জ । ২ লাখুটি । ৩ চন্দ্ৰ । ৪ পানি ।

## BOOKS

**FOR SALE AT THE SIBSAGOR MISSION PRESS.**

| | | |
|---|---|---|
| New Testament, in Asamese, | 1 | R. |
| Orunudoi, first five years, in one volume, calf | 2 | 8 |
| Ditto. half marble, lettered | 2 | 0 |
| Ditto. marble and cloth | 1 | 12 |
| Orunudoi, for 1851 and '52, in one volume, calf | 2 | 0 |
| Ditto. half marble, lettered | 1 | 12 |
| Ditto. marble and cloth | 1 | 8 |
| Orunudoi, separate volume for each year, in paper cover, | 0 | 12 |
| Asamese Buronji, by the Tamuli Phukon, paper cover, | 0 | 8 |
| Asamese Vocabulary and Phrases, in calf, | 2 | 0 |
| Ditto. cloth | 1 | 8 |
| Grammatical Notices of the Asamese Language, | 1 | 8 |
| Worcester's Primer, in English, | 0 | 4 |
| Asamese Primer, Bare Motora, | 0 | 1 |
| First Reading Book, in Asamese, stiff cover | 0 | 4 |
| Ditto. paper cover | 0 | 3 |
| Asamese Arithmetic, first part | 0 | 2 |
| Ditto. second part | 0 | 4 |
| Geography of Asia | 0 | 4 |
| Juvenile Tracts, per dozen | 0 | 4 |
| Ditto. bound in calf | 0 | 8 |
| Ditto. bound in morocco, for presents to scholars | 0 | 12 |
| Dawk Book, printed octavo, in calf | 3 | 0 |
| Ditto. half bound | 2 | 8 |
| Monthly Accounts, for servants, workmen, &c. with printed lines, | 1 | 0 |
| Writing Books for Schools, 12 sheets foolscap, per dozen | 2 | 4 |
| Small Memorandum Books, per dozen | 0 | 8 |

PRINTING and BINDING neatly executed, and BLANK BOOKS furnished on reasonable terms.

## জানুআৰি, অৰ্থাত মাঘৰ পঞ্জিকা ।

**Almanac for January, A. D. 1853. Bal. Sac 1774.**

| জানুআৰি | পুহ | বাৰ | তিথি | দিনমান | জানুআৰি | মাঘ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ৭ | ২১ | ১০ ২০ | ১৬ | ৪ | ১ | ৭ | ১০ ৩০ |
| | | | | | ১৭ | ৫ | ২ | ৮ | ১০ ৩১ |
| ১ | ১০ | ১ | ২২ | ১০।২০ | ১৮ | ৬ | ৩ | ৯ | ১০।৩২ |
| ৩ | ২১ | ২ | ২৩ | ১০।২১ | ১৯ | ৭ | ৪ | ১০ | ১০।৩৩ |
| ৪ | ২২ | ৩ | ২৪ | ১০ ২১ | ২০ | ৮ | ৫ | ১১ | ১০।৩৪ |
| ৫ | ২৩ | ৪ | ২৫ | ১০।২২ | ২১ | ৯ | ৬ | ১১ | ১০।৩৫ |
| ৬ | ২৪ | ৫ | ২৭ | ১০।২২ | ২২ | ১০ | ৭ | ১২ | ১০।৩৬ |
| ৭ | ২৫ | ৬ | ২৮ | ১০।২৩ | | | | | |
| ৮ | ২৬ | ৭ | ২৯ | ১০।২৩ | ২৩ | ১১ | ১ | ১৩ | ১০ ৩৭ |
| | | | | | ২৪ | ১২ | ২ | ১৪ | ১০।৩৯ |
| ৯ | ২৭ | ১ | ৩০ | ১০।২৪ | ২৫ | ১৩ | ৩ | ১৫ | ১০।৪০ |
| ১০ | ২৮ | ২ | ১ | ১০।২৫ | ২৬ | ১৪ | ৪ | ১৬ | ১০।৪১ |
| ১১ | ২৯ | ৩ | ২ | ১০।২৬ | ২৭ | ১৫ | ৫ | ১৭ | ১০।৪২ |
| ১২ | ৩০ | ৪ | ৩ | ১০।২৭ | ২৮ | ১৬ | ৬ | ১৮ | ১০।৪৪ |
| ১৩ | ১ | ৫ | ৪ | ১০।২৮ | ২৯ | ১৭ | ৭ | ১৯ | ১০।৪৫ |
| ১৪ | ২ | ৬ | ৫ | ১০।২৯ | | | | | |
| ১৫ | ৩ | ৭ | ৬ | ১০ ৩০ | ৩০ | ১৮ | ১ | ২১ | ১০ ৪৬ |
| | | | | | ৩১ | ১৯ | ২ | ২২ | ১০ ৪৭ |



এই অৰুনোদই পিয়ান ভগাৰ মোৎ সিবসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিচনৰ ছাপাখানাতে ছাপা কৰা হৈছে। আগিয়ে দিলে বছৰত দাম এটকা, বছৰ মূৰত দিলে ১৷৷ টকা।

**THE ORUNUDOI,**

**A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.**

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৭ বচৰ। মোং সিব্‌সাগৰ, ডিচেম্বৰ, ১৮৫২। নম্বৰ ১২।

VOL. VII. SIBSAGOR, ASAM, DECEMBER, 1852. NO. 12.

## তাতাৰ দেসৰ বিবৰন।

Description of Tartary.

পূবে পাচিফিক মহা সাগৰৰ পৰা পচিমে কাস্পিয়ন মহা সমুদ্ৰলৈকে যি ঠাই তোখৰ, তাকে তাতাৰ দেস বোলে, সি অতি ডাঙৰ, তাৰ বিবৰন ভাল ৰূপে প্ৰকাস হোৱা নাই। তাৰ উত্তৰ ফালে চিবিৰিয়া দেস, দখিন ফালে খেহ, তিবেট, হিন্দুস্থান, পাৰ্চি, এইবিলাক আছে। তাৰ দিঘল ৪০০০ মাইল মান, বহলে ১০০০ হেজাৰতকৈ অধিক।

সেই বৰ দেস খনত অনেক বালিময় মৰু ভূমি আছে, কিন্তু ভালেমান ঠাইত সস্যকো হবে। মাজ তোখৰ প্ৰায়ে সমান ভৈয়াম, কিন্তু ওখ। সেই তোখৰ ঠাই চেঁচা আৰু বতাহো ভাল, কিন্তু খেতি কৰিবলৈ টান। মাজৰ মৰু ভূমিৰ নাম কবি বোলে; ২০০০ হেজাৰ মাইললৈকে দিঘল; সকলো বালিময় সমান, সুকান সাগৰ খন জেন দেখি; তাৰ ওপৰত গচ আদি একো নাই, কেৱল সৰু বন এবিধ থাকে, গৰু পহু আদি জন্তুবিলাকে তাকে বিচাৰি খাই ফুৰে। ঠায়ে ঠায়ে বিল পুখুৰিবিলাকো আছে, কিন্তু পানি লোনা, খাব নোৱাৰি। আৰু তাত বনৰিয়া ঘোঁৰা ৪। ৫ কুৰিকৈ জাক পাতি পাতি ফুৰে; সিইতৰ অতি বেগ, তথাপি তাতাৰ লোকে চিকাৰ কৰি মাৰি মঙহ খাই, কিন্তু জাতি কৰিব নোৱাৰে। সেই দেসৰ মাজত পূবা পচিমাকৈ তিনি সাৰি ডাঙৰ পৰ্বত আছে, উত্তৰ ফালৰ সাৰিৰ নাম আলটাই, মাজৰ সাৰিৰ নাম বিলুৰ, দখিন সাৰি হিন্দু কোস বোলে; সেই পৰ্বতবিলাক ৮,০০০ পৰা ১৬,০০০ হেজাৰ হাতলৈকে ওখ হৈছে।

কাস্পিয়ন সমুদ্ৰৰ পূব ফালে আৰল সমুদ্ৰ আছে। তাৰ দিঘল ২৪০ মাইল; সাগৰৰ নিচিনা তাৰ পানিবোৰ লোনা, তাত অনেক মাচ থাকে, কিন্তু তাৰ চাৰিও ফালে প্ৰায় মানুহ নাই। তাত বাজে আন আন সৰোবৰবিলাকো আছে।

তাতাৰৰ মাজ তোখৰত বৰ [illegible] নদি নাই, লোখৰ সৰোবৰত কাচগাৰ নদি পৰিছে. এলাহ নদি বলৃকাচ সৰোবৰত পৰে; আৰু আমু, চিহোন, এই দুই নদি আৰল সমুদ্ৰত পৰেগৈ। ইৰ্তিচ, ওবি, ইনিচি, এইবিলাক বৰ নৈ আলটাই পৰ্বতৰ মাজে দি গৈ সি ফালে উত্তৰ মহা সাগৰত পৰিছেগৈ; আৰু আমুৰ নামে এখন বৰ নৈ পূব ফালে গৈ পাচিফিক মহা সাগৰত পৰে।

তাতাৰ দেসৰ তুৰ্কি আৰু মোগল, এই



প্ৰধান তুৰিখ মানুহ আছে । তুৰুক, সুঅনি, কিন্তু মোগল হলে কদৰ্জ্য, কিছু হালধিয়া বৰন, চকু সৰু, হমু ওখ আৰু বহল, ওঁঠ ডাঠ, মানুহ টান পকিয়া, চোকা, ৰৰকৈ লৰিব পাৰে । সিইঁত প্ৰায়ে অসভ্য, জুধক বৰ ভাল পাই, আৰু অতি নিঠুৰ । সিইঁতে জুম বান্ধি চাল বা কাপৰৰ ঘৰত থাকি এঠাইৰ পৰা আন ঠাইলৈ ভুমি ফুৰে, আৰু ডকাও দিএ । আৰু মানচু নামে আন এজাতি মানুহ আছে; খেহ্ দেসৰ ৰজা সিবিলাকৰ বঙ্গহ । তিমুৰ আদি দিলিৰ আগৰ কালৰ বাদস্যা-বিলাক মোগলৰ বঙ্গহ । কাল্মক জাতি লোকো মোগলেৰে একে বঙ্গহ ।

তাতাৰ লোকে মুৰৰ থিয় ওখ টুপিৰ ওপৰত তাওৰ ভাল পাগুৰি মুঠাকৈ পিন্ধে । সিইঁতৰ মতা মাইকি আটাইবিলাকে ভৰিত আঁঠুলৈকে চালৰ জোঁতা পিন্ধে । আৰু তিৰোতাবোৰে মুৰৰ দিঘল চুলিত চেলা বাটি লই, আৰু সোন ৰুপৰ অনেক অলঙ্কাৰ পিন্ধিবলৈ ভাল পাই ।

সিইঁতৰ দুই মতৰ ধৰম আছে । পুব ফালে প্ৰায়ে বোধ ধৰম চলিচে; সিইঁতৰ প্ৰাৰ্থনা সৰু তুলাপাতত বা পহুৰ চালত লিখি বাহিৰত আৰি বা চক্ৰৰ খিলাত লগাই থই; সেই লিখা প্ৰাৰ্থনা বতাহত জেতি বাৰ ঘুৰে, তেতি বাৰ সিইঁতে প্ৰাৰ্থনা কৰা হই, ইয়াকে ভাবে । কিন্তু পচিম ফালে সৰহ ভাগে মচলমান ধৰমত চলে, আৰু লিখা পৰ্হা কৰমো লৰাবিলাকক সিকাই; আৰু ডাঙ্গৰ ডাঙ্গৰ নগৰত বৰ বৰ পৰ্হা সালিও আছে ।

ঘোৰাৰ মঙ্গহ আন দেসৰ মানুহবিলাকে নে খাই, ঘিন কৰে, কিন্তু তাতাৰ লোকে ঘোঁৰাৰ মঙ্গহ বৰ ভাল বস্তু বুলি খাই থাকে । ইঙ্গৰাজিএ জেনেকৈ বলধক পুঠ কৰি মাৰি খাই, সিইঁতেও সেই দৰে ঘোঁৰাকো পুঠ কৰি মাৰি খাই । আৰু তুৰিৰ গাখিৰকো খুমিচ অৰ্থাত চাৰাপৰ দৰে পগাই বাখি চোকাকৈ খাই ।

সেই মৰু ভুমিৰ ওপৰে দি সৈ নগৰবিলাকত বেহা বেপাৰ কৰিবলৈ সিইঁতৰ সদাগৰে জুম বান্ধি জাত্ৰা কৰে । এনে কোনো জুমত মানুহ, ঘোঁৰা, উট, সকলোৰে সংখ্যা ১৫,-০০০, এইমান থাকে । এনে সৰহ জাকে সৈতে গলে ডকাইতলৈ ভই নাই । ৰুচিয়া দেসলৈকে এনে জাকেৰে সৈতে জাই ।

তাতাৰ দেসত ঘোঁৰাৰ বাহিৰে গৰু, উট, চাগ, আৰু বৰ গধুৰ নেজেৰে এবিধ মেৰ চাগ, এইবিলাক আছে । এবিধ মেৰ চাগৰ ৪, ৫, আৰু কেতিয়াবা ৬ টা সিঙ্গ থাকে । তাৰ দখিন ভোখৰত চুঁঅৰি পহু, গাঙ্গ পহু, আৰু নেজ ন থকা হৰিনো আছে ।

দখিন আৰু মাজ ভোখৰত ঘেঁহু, জও ধান, কনি ধান, এইবিলাক আৰ্জে । ৰুবাৰ্ব আৰু জিঞ্চেঙ্গ, এই দুই বিধ প্ৰধান দৰবৰ গচ আছে ।

তাতাৰ দেসৰ দুভাগ হৈচে; পুব ফাল খেহ্‌ৰ কৰতলিয়া, পচিম ফাল স্বতন্ত্ৰ । তাত তুকি, কৰ্গেচ, উচ্বেক. আদি কৰি অনেক ফৈদ আছে । আমু নদিৰ উত্তৰ ফালে বোখাৰা নামে এখান সুন্দৰ আৰু ভাল উৰ্বৰা দেস আছে । তাত নিবাসি লোকৰ সংখ্যা প্ৰায়ে ২০,০০,০০০ । বোখাৰা ৰাজ নগৰত ৮০,০০০ মানুহ আছে, সিবিলাকৰ ৮০০০ মান যিহুদি হৈচে । বোখাৰাৰ ৰজাৰ নাম অমিৰ উল মোমেনিন. অৰ্থাত বিস্বাসিবিলাকৰ ৰজা । সেই নগৰৰ ১০০ মাইলৰ পুবে চমাৰ্কণ্ড নামে অতি সুন্দৰ বাৰি থকা এখান পুৰনি নগৰ আছে । তাৰ মেৰ ৪৮ মাইল; কিন্তু মানুহ তাকৰ । বলখ নামে এখন অতি পুৰনি নগৰ আছে, তাক নগৰবিলাকৰ মাক বোলে, আৰু আদমে তাক পাতিলে বুলি কোআ কুই কৰে । তাৰ নিবাসি এতিয়া ২০০০ হেজাৰতকৈ অধিক ন হই ।

বোখাৰাৰ উত্তৰে আৰু চিহোন নদিৰ দুই দাঁতিত খোকান প্ৰদেস আছে । তাৰ নিবাসি ১৫,০০,০০০ ।

খিবা প্ৰদেস আমু নদিৰ মুখৰ ওচৰত আছে, তাৰ লোক ১০,০০,০০০ । সিইঁত একে

ঠাইত নিবাস কৰি খেতি ন কৰে, প্ৰায়ে ডকাইত হৈছে। সিইঁতৰ অধিকাৰক খাঁ বোলে। পাৰ্চি দেসৰ পৰা অনেক বন্দি ডকা দি নিএ।

কৰ্গেচ লোক আৰল সমুদ্ৰৰ উত্তৰ পাৰে থাকে। সেই ঠাইত ঘাহ্ থকা ভৈয়াম, মৰু ভুমি, আৰু মাজে মাজে লোনা সৰোবৰ আছে। মানুহবিলাকে চাগ উট আদি পহুৰ জাক চৰাই ফুৰে, আৰু ডকাইতৰ নিচিনা লোকৰ বস্তু লুট কৰি ফুৰে। খাঁবিলাকে অনেক তিৰোতা লই; প্ৰতি জনিলৈ এটা তাবু ঘৰ দিএ। কৰ্গেচৰ সংখ্যা প্ৰায়ে ১০,০০,-০০০।

খেহৰ তল তাতাৰ দেস বৰ ডাঙৰ, ৩৩০০ মাইল দিঘল, বহল প্ৰাই ৯০০। তাৰ চাৰি প্ৰধান ভাগ আছে, কাচগাৰ, চুঙ্গাৰিয়া, মোগলিয়া, মানচুৰিয়া।

কাচ্গাৰ অতি ভাল, উৰ্ব্বৰা দেস। কাচগাৰ ৰাজ নগৰলৈ বেপাৰি বহু মানুহ জাই। তাত বাজে য়াৰ্কণ্ড নামে ৫০,০০০ লোক থকা আন নগৰো আছে। তালৈকো বহু মানুহ বেহা বেপাৰ কৰিবলৈ জাই। কোতেন, আকচু, তুৰ্ফান, কুচি, হিচাৰ, এইবিলাক নগৰো আছে।

চুঙ্গাৰিয়া দেসত কালমক তাতাৰ থাকে। ১৬০০ সঁকৰ পৰা সিবিলাকে অনেক দেস দখল কৰিবলৈ ধৰিলে, কিন্তু পাচে খেহ আৰু মোগল লোকে সিইঁতক জিনিলে। বিয়া কৰিবলৈ সিইঁতৰ এনে দস্তুৰ আছে। জি দিনত বিবাহ কৰে, সেই দিনত কন্যাৰ গিয়াতিবিলাকে তাইক অতি বেগি ঘোঁৰাত তুলি পঠাই দিএ; পাচে দৰা আন ঘোঁৰাত উঠি খেদি জাই; জদি ধৰিব পাৰে, তাইক তিৰোতা বুলি লই; কিন্তু জদি কন্যাৰ সেই মানুহক লবলৈ মন নাই, তেন্তে বৰ বেগেৰে ঘোঁৰা মেলি জোআত দৰাই ধৰিব নোআৰে। চুঙ্গাৰিয়াৰ প্ৰধান নগৰ গুল্জা, ইলা নদিৰ পাৰত আছে; তাৰ মানুহ প্ৰায়ে ৮০,০০০।

কাচ্গাৰ আৰু চুঙ্গাৰিয়াৰ পুব কালে মোগল দেস আছে। আগৰ কালত বৰ সকত দেস আছিল; সিইঁতৰ ৰজা জঙ্গিচ খাঁ অতি চোকা সেনাপতি আছিল, প্ৰাই সকলো আচিয়াকে জিনিলে। পাচে তিমুৰ বেগে সেই ৰাজ্য জিনি তেঁও আপুনি তালেমান দেসৰ অধিকাৰ হল। মোগল লোকে বোধৰ ধৰম প্ৰৰ্বতে।

তাতাৰ পুব ভোখৰ মানচুৰিয়া বোলে। সেই দেসৰ অনেক সম্বাদ নে পালে। এতিয়া ২০০ বচৰ হল, সিইঁতে খেহ দেসক জিনিলে; আৰু সিইঁতৰ বংহ এতিয়ালৈকে খেহ ৰজা হৈছে। আমুৰ নদি ডাঙৰ আৰু সুন্দৰ, আৰু ভাল মাচেৰে পুৰ হৈছে।

## ধৰম সিকিবলৈ লৰাৰ নিবেদন।

হিন্দুৰ গুৰুবিলাকে বেদ চিৰাৰ অৰ্থে এনে কথা বোলে, সি জেতিয়া সৰু লৰা আছিল, তেতিয়া আপোনাৰ গুৰুত পৰম ইস্বৰৰ বিত্তি বুজাৰৰ নিমিত্তে নিবেদন কৰিলে। তাতে তেঁও কলে, এতিয়াই বুজাব নোআৰোঁ, কিয়নো তুমি সৰু লৰা হোআ, বয়স অধিক ন হই, এই কাৰনে এনে অতি ভক্তিৰ গোপনিয় কথা তোমাক সিকাব নে পাই। এনে কথা সুনি সৰু লৰাই বুলিলে, হে আতা, মানুহ পোতা ঠাইত জাঁওতে মোতকৈ চুটি এনে সৰু মৈদাম দেখিলোঁ, এতেকে পৰম ইস্বৰৰ কথা নৌ জানোঁতেই জদি মৰিম, হাই হাই, মোৰ কি গতি হব?

## সৰু চোআলিৰ ভাবনা।

এজন ধৰমি মানুহ বাহিৰত ফুৰোঁতে মেৰি নামেৰে তিনি বচৰতকৈ অধিক বয়সিয়া ন হই, এনে আপোনাৰ সৰু চোআলিক জখলাত উঠিৰ দেখি তেঁও তাইত সুধিলে, হে মোৰ প্ৰিয় আইটি, তুমি কলৈ জোআ? তাই উত্তৰ দি বোলে, স্বৰ্গলৈ জাম, বোপাই। তাতে তেঁও কলে, প্ৰিয় আই, সেয়ে স্বৰ্গৰ বাট ন হই; জদি সাৱধান ৰূপে নামি আহিবা, তেন্তে মই স্বৰ্গ পাবৰ নিমিত্তে পৰম ইস্বৰে দিয়া জি বাট, তাক দেখাম।



স্রিযুত বাদকৰ্ম চাহাবে লিখা সিবসাগৰৰ দলৰ নকচা।

## দেও পুজক লৰাৰ গান ।

Hymn for a heathen Child.

মই আছিলোঁ অন্য দেসি,
দেৱতা পুজকৰ জাত,
এতিয়া প্ৰভুৰ গ্ৰিহবাসি
সিকোঁ সত্য স্বৰ্গ পথ;
ধন্য প্ৰভু,
তুমি অনাথবহে নাথ ।

য়িহুদি লোকৰো ৰজা,
ভবিস্যত্তো ৰক্তাগন,
নতু কোনো দেসৰ প্ৰজা
নে পালে এই ক্ৰিপা দান;
মোৰ নিচিনা,
পোআ নাই এই পৰিত্ৰান ।

এই দেসৰো লোক অনেকে
পোআ নাই মুক্তিৰ উপাই,
নু সুনিলেও সুভ বাত্ৰা
ভ্ৰুমে সংসাৰৰ চিন্তাই;
দায়াল য়িচু,
মুক্তিৰ পথ দিয়োক দেখাই ।

এনে মুক্তি ৰুপ জিৱনে
জদি মই হেলা কৰিম,
তেন্তে মহা বিচাৰ দিনে
আস্ৰুই কোন জনত ধৰিম?
কেনে ৰুপে,
স্বৰ্গলৈ চকু তুলিম? বং

---

চক্ৰতেচ এটা বিদ্যাৱন্ত মানুহৰ ইউক্লিদ নামে সিস্য এজনে আপোনাৰ ভাইক বিতুষ্ট কৰিলত সি ৰৱ খঙেৰে এটাহ্ পাৰি কলে, তোমাক উচিত দণ্ডৰ প্ৰতিফল জদি নি দিম, তেন্তে মোৰ মৰন হওক । তাতে ইউক্লিদে খ্ৰিষ্টিয়ান মানুহৰ নিচিনা ৰৱ কোমল মনেৰে উত্তৰ দি বোলে, মৰমেৰে সৈতে জদি তোমাক সন্তুষ্ট আৰু মোক আগৰ নিচিনা আলাপ প্ৰিতি ন কৰাম, তেন্তে মোৰো মৰন হওক ।

## তিৰ্থৰ জাত্ৰা ।

**Wanderings of a Pilgrim—From the Bengali.**

৭ আধ্যা ।

গয়াৰ বিৱৰন ।

চবি ।

গয়া তিৰ্থৰ জি কথা সুনিও তাৰ বেৱস্থা,
নিজ গিয়ানে কৰিও বিচাৰ;
ধৰ্ম্ম ভাল জদি হই, পৰকালে ত্ৰান পাই,
তেন্তে তাতে কৰিয়োক সাৰ;
কিন্তু জদি ধৰ্ম্ম ভাই, তাহাতো পোআ নে জাই,
বিচাৰতো নাহি নিৰ্দ্ধাৰন;
তেন্তে সিম্বু তিয়াগ কৰা, সত্য পথক বিচাৰা,
সুনি মোৰ এহি নিবেদন ।
ন হবা ভ্ৰমত ভোৰ, নৰক জাতনা ঘোৰ,
আৰু বুজি হয়োক চেতন;
নতু সঙ্কটে পৰিবা, পাচে ৰখ্যা নাহি পাবা,
ন হব কেনেসো নিবাৰন ।
মিচা বিবাদ ন কৰি, সত্য ৰূপেৰে বিচাৰি,
সৰ্ব্ব জনে হোআ মনজোগি;
সত্য ধৰ্ম্ম কৰা সাৰ, পৰকালে তৰিবৰ,
ভজা য়িচু অহঙ্কাৰ তিয়াগি;
জি হেতুক তেঁৱে সাৰ পৰম্ ব্ৰহ্ম নিৰাকাৰ,
আকাৰ ধৰিলে নৰ হেতু;
নিজ দেহে ক্লেস ভোগ কৰি, কৰিলন্ত জোগ
বান্ধিলন্ত পৰকাল সেতু ।
তেঁওকে কৰা আৰাধন, জদি লাগে মুক্তি ধন,
ত্ৰিত্বু ৰূপে আচা সৰ্ব্বগন;
নে দেখোঁ উপাই আৰ, পাপি তৰিবৰ সাৰ,
য়িচু বিনে নাহি অন্য জন ।
এনে প্ৰভু দায়ামই, কতো নে দেখিলোঁ মই,
হোআ নাই, ন হৈবেক আৰ;
প্ৰেম ক্ৰিপা পৰিপূৰ্ন প্ৰিথিবিতে অৱতিৰ্ন
তাৰিবলৈ দুষ্ট দুৰাচাৰ;
পাপি হেতু দিলে প্ৰান, আৰু কত অপমান
সহিলন্ত তাৰ নাহি সিমা;
বিচাৰি এই সংসাৰ, তেঁওৰ তুল্য পোআ তাৰ
কতো নাহি দিবলৈ উপমা ।
প্ৰভু য়িচু দায়াতুৰ মাতি কৈছে পাপি নৰ,
তিয়াগ কৰা পাপ মনোৰথ;
আপন ৰাজ্য কিনাৰ জাবলৈ ৰৰগ খান,
মই সত্য জিৱনৰ পথ;
মত্নে দি কোনো জ গলে পৰিব নৰক জলে,
পুনৰপি ন হব নিস্তাৰ;
মোৰ মুক্তি ৰূপ দান অনন্ত আত্মাৰ ত্ৰান,
জিৱনৰ মইহে আধাৰ ।
পালটি সকলো নৰ, চৰন ধৰিও মোৰ,
পাপ কৰ্ম্ম তেজিয়া সকলে;
কৰিবো মই গ্ৰহন, নে চাবিবো কোনো জন,
স্বৰ্গ সুখ দিবো পৰকালে ।
বাক্য নিজ স্ৰি মুখৰ সাস্ত্ৰত প্ৰমান তাৰ
চাই বুজা সৰ্ব্ব বন্ধুগন;
ন কৰিবা অৱহেলা, সুনি ন হবাহে কলা,
মাতি আছে য়িচু ত্ৰান ধন ।

---

পয়াৰ ।

গয়াৰ বিৰিতান্ত কিছু কৰোঁ নিবেদন,
অনুগ্ৰহ কৰি সবে কৰিও স্ৰৱন ।
হিন্দু সাস্ত্ৰে লিখে তাৰ জি মত প্ৰকাৰ,
সংখেপ তাহাৰ কিছু কৰোঁহো প্ৰচাৰ ।
তমোগুনে জনমিলে অসুৰ নন্দন,
ত্ৰিপুৰ নামেৰে দৈত্য বিখ্যাত ভুবন;
দেৱ ব্ৰাহ্মনক হিংসা কৰে নিৰন্তৰ,
তাৰ ভয়ে পলালেক দেৱতা অমৰ ।
সিৱৰ চৰনে পৰি কৰিলন্ত স্তুতি,
সেই হেতু সিৱে মাৰিলন্ত পসুপতি ।
ভাৰ্জা প্ৰভাৱতি গৰ্ভ ধাৰন কৰিলে,
পিত্ৰি থকা কালে সেই পুত্ৰ জনমিলে ।
নাম তাৰ গয়াসুৰ বিখ্যাত ভুবন,
তাহাৰ জুধত থিৰ নাহি দেৱগন ।
এক দিনা গয়াসুৰ বিৰলে বসিয়া,
মাত্ৰিৰ আগত সুধিলন্ত বিসেসিয়া,
কাৰ বংসে জন্ম মোৰ, কাহাৰ নন্দন,
সত্য কৰি কোআ মাত্ৰি, পিত্ৰি কোন জন?
আৰু সুনি কলে মাকে ক্ৰন্দন কৰিয়া,
পিত্ৰি হিন বাপু তুমি অতি অভাগিয়া;
কপট প্ৰবন্ধ কৰি জত দেৱগন
সিৱ হাতে বধিলন্ত তোৰ পিত্ৰি ধন;
ভাই বন্ধু আদি দৈত্য জতেক আছিলে,

সকলোকে দেৱগনে সংহাৰ কৰিলে।
আৰু সুনি গয়াসুৰ ক্ৰোধত অন্তৰ,
বহু সৈন্য লৈই গৈল সুমেৰু সিখৰ;
ইন্দ্ৰ আদি দেৱ জত অদিতি তনই
বাহু বলে সবাকো কৰিলে পৰাজই।
অনন্তৰ সিৱ সঙ্গে কৰি মহা ৰন,
অকলেই জিনিলে সকলো দেৱগন।
এহি ৰূপে দৈত্য ৰজা হৈল ত্ৰিভূৱন,
উদাসিন হৈই ফুৰে জত দেৱগন।
সকলো দেৱতা ইন্দ্ৰ সঙ্গে আলচিলে,
খিৰোদ উত্তৰ দিগে গমন কৰিলে।
বিষ্ণুৰ উদেসে সবে তপ আৰম্ভিলে,
সেহি খেনে নাৰায়নে দৰসন দিলে;
বুলিলন্ত বিষ্ণু মাতি দেৱগন প্ৰতি,
দুষ্ট অসুৰৰ হেতু দুখ পাইচা অতি।
আজি মই অসুৰক কৰিবো সংহাৰ,
হেন সুনি দেৱগন আনন্দ অপাৰ।
তাৰ পাচে দুই জনে জুধ আৰম্ভন
সত্তেক বচৰ কৰিলন্ত ঘোৰ ৰন।
কেৱে কাকো জিনিব নোআৰি সমৰত,
পাচে দৈত্যে মাতি কলে বিষ্ণুৰ আগত,
তোমাৰ জুধত তুষ্ট হলোঁ অতিসই,
ইচা জদি আছে বৰ মাগা, দিঁও মই।
বিষ্ণু কলে, সুনা তেন্তে, দৈত্যৰ ইস্বৰ,
হিংসা ন কৰিবা কোনো দেৱ নতু নৰ;
সিলামই সৰিল হৈ থাকিবাহা তুই,
এহি বৰ দিয়া মোক হৈয়া সদই।
হেন সুনি দৈত্য বিৰে কৰে অঙ্গিকাৰ,
তাক দেখি নাৰায়নে আনন্দ অপাৰ।
অনন্তৰে দৈত্যক বিষ্ণুএ বৰ দিলে,
সিলামই হৈ অসুৰে পৰান তিয়াগিলে;
দৈত্যৰ মাথাত আপোনাৰ ভৰি দিলে,
সেই থানে নাৰায়নে তিৰ্থক সৃজিলে।
গয়াখেত্ৰ বুলি নাম বিখ্যাত সংসাৰে,
পিণ্ড দান পিত্ৰি লোকক জি জনে কৰে,
সৰ্ব পাপ মুক্ত হব তাৰ পিত্ৰিগন,
ব্ৰাহ্মন, খেত্ৰিয়, জাতৰ জত জন।
পিণ্ড দানে লোক মুক্তি জি দিনে ন হব,
সেই দিনে উঠি দৈত্য সংসাৰ নাসিব।

হেন বৰ দিলা বিষ্ণু কৰিলা গমন,
আৰু পাচে কওঁ মই, কৰিও স্ৰৱন।
বিষ্ণু আদি দেৱতাৰ জেনে সক্তি হই,
মনত বিচাৰ কৰি দেখা সবে ভাই;
জুধত দৈত্যক বলে জিনিব নোআৰি,
মাগি ললে দৈত্য বৰ মিনতিহে কৰি;
তাৰ পাচে দিলে তাকো মনোনিত বৰ,
মনে এবো কথা তাৰ ন কৰি বিচাৰ।
এই সব কথা জদি ভাবা বন্ধুগন,
তাহাত হব নোআৰে কোনো মুক্তি মন।
আৰু বোলোঁ, জদি এই কথা সত্য হই,
তেন্তে কিয় জগত সংসাৰ আছে বৈ?
জি হেতু নি দিএ লোকে কেতিয়াবা পিণ্ড,
তথাপি ৰখ্যা পৰিচে জগত ব্ৰহ্মাণ্ড।
গয়াসুৰো নাহি উঠে, ন কৰে সংহাৰ,
তেন্তে কিহে গয়াখেত্ৰ হব তিৰ্থ সাৰ?
ইহাতে জানিবা সব মনৰ কল্পনা,
লোকক ভুলুআ হেতু কৰিলে ৰচনা।
ভ্ৰান্তি এৰি সবে ধৰ্ম সাস্ত্ৰ বাক্য সুনা,
ভ্ৰান্তি নু গুচিলে হব নৰক জাতনা।
মই গয়া খেত্ৰে কৰি পুনৰ গমন,
দেখিলোঁ সকলো ভাই জত আচৰন।
চলে বলে জাত্ৰি সকলৰ লই টকা,
অধিকো ন হলে তেঁও লই চৈধ চিকা।
চাহাব দেসাধিকাৰ কৰিচে কচাৰি,
ধন লৈহে চকিয়ালে দিএ চিঠি কৰি;
চিঠি নে পালেহে কাৰো স্ৰাধ নাহি হই,
জি হেতু মাচুল তাৰ কম্পানিএ লই।
ইয়াতে দেখিচোঁ মই আচৰিত কৰ্ম্ম,
ৰজা হয়ো কৰে দেখা এনেকুআ কৰ্ম্ম।
মই অল্প মতি তাক কি বুলিবো আৰ,
মিনতিহে কৰোঁ সবে কৰিও বিচাৰ।
এই ৰূপে জত ধন জাত্ৰি হাতে থাকে,
চল কৰি লই গয়া বাসিগনে তাকে।
নানা থানে পিণ্ড দান কৰোআই সেসে,
জাত্ৰি লৈ জাই তিৰ্থ গয়াসুৰ পাসে।
হিন্দু সাস্ত্ৰ অনুসাৰে পিণ্ড দান কৰে,
বোলে পিত্ৰিলোকে থাকে আপোনা হাতেৰে
প্ৰবঞ্চনা মাত্ৰ এহি সুনা কৰ্ন ভৰি,

জানিলোঁ তাহাৰ সাৱ পিণ্ড দান কৰি ।
জাত্ৰি হাতে, বিষ্ণু পদ চিনে পিণ্ড ৰাখি,
সপত কৰাই তাক হৈ আপুনি সাখি ।
দেসে গলে এহি বুলি সবাকো কহিবা,
জদি নকৈ থাকা, তেন্তে নৰকে পৰিবা;
হাত মেলি পিণ্ড ললে মোৰ পিত্ৰি লোক,
আৰু নানা আসির্বাদ কৰিলন্ত মোক ।
সপত কৰাই দিবি বুলি কত টকা,
দখিনা দান আদি জত কৰি লেখা জোখা ।
এই ৰূপে বুলি জাত্ৰি সবাকো ভুলাই,
কলি কাল হেতু অন্য ৰূপ হৈছে তাই;
দর্সন নি দিএ ম্রিত্যু যেহিযে কাৰনে,
তথাপিও লৈচে পিণ্ড থাকি অন্তৰ্ধানে;
ইত্যাদি বিবিধ মতে জাত্রিক তোষই,
নানা ভাবে বুলি পাচে বিদাই কৰই ।
সংখেপ লিখিলোঁ মই, জানা সর্বজন,
আত পাচে সুনা গয়া বাৰি বিবৰন ।
খেত্ৰি, বৈস্য, সুদ্ৰ আদি ব্ৰাহ্মন ভেসতে,
জাত্ৰিক কৰাই স্ৰাধ সকলো তির্থতে ।
বিদেসিৰ জাত্ৰি লোকে তাক নাহি জানে,
বিপ্র পোৰোহিত বুলি তাসম্বাক মানে ।
মন্ত্ৰ পাৰ্হৈ খেত্ৰি বৈস্য, জাত্ৰি দিএ পিণ্ড,
ভাণ্ড কার্জে ভাণ্ড বেস হই তির্থ ভাণ্ড ।
ভাবি কোআ কপটি জানিবা সর্বজন,
ন হয়োক ভুলে ভ্ৰান্তি সকলো ভাওন;
তিয়াগ কৰা বন্ধু সব মিচা এই পথ,
বিচাৰ কৰিও সদা সত্য ধর্ম মত ।

---

৮ আধ্যা ।

কাসিৰ বিবৰন ।

পয়াৰ ।

কাসিৰ ব্রিত্তান্ত কিচু কৰোঁ নিবেদন,
মনজোগ কৰি সবে কৰিও স্রৱন ।
হিন্দু সাস্ত্ৰে বোলে, কাসি মহা পুন্য ধাম,
নৰ ৰূপ ধৰি সিৱে তিয়াগিলন্ত প্রান ।
দৰসনে পাপ নাস, হই মহা ফল;
কিন্তু ন হই স্বৰূপ সকলো বিফল ।
তাহাৰ প্রমান বুজিওক সর্ব জন,
মনত স্রৱন কৰি মোৰ নিবেদন ।
অনপূর্না নামে দেবি কাসিৰ ইস্বৰি,
নিজ পৰাক্ৰমে ৰখ্যা কৰে কাসিপুৰি;
অনাহাৰে দুখি নাই তাত কোনো জন,
সকলো লোকক দেবি কৰাই ভোজন ।
এহি ৰূপে নানা কথা হিন্দু সাস্ত্ৰে লিখে,
সঁচা মিচা কোনো জনে বিচাৰি নে দেখে
ব্যাস নামে মুনি আচিলন্ত বিষ্ণু ভক্ত
কৰিযে তেঁওৰ সেৱা মনে প্রেমাসক্ত;
মহা পৰাক্রমি মুনি আচিলে কাসিত
অনেক সিস্যো আচিলে তেঁওৰ সঙ্গত ।
এক দিনা সেই মুনি সবাকো ডাকিয়া,
হৰি বিনে মুক্তি নাহি, কলে প্রচাৰিয়া ।
এই ৰূপে বেদ ব্যাস বুলি হৰি গুন
উর্ধ বাহু কৰি কই, সর্ব লোকে সুন ।
সত্য সত্য, এহি সত্য কহো সত্য কৰি,
সর্ব সাস্ত্ৰ সাৰ বেদ, সর্ব বেদে হৰি ।
হৰ আদি দেৱ জত ভোগৰ গোঁসাই
মুক্তি দাতা হৰি বিনে আৰু কোনো নাই ।
এতেক কোআতে মুনি ব্যাস তপোধনে
ক্রোধ কৰিলন্ত হৰ দেৱ পঞ্চাননে ।
গোবিন্দে জানিলে ব্যাস সঙ্কটে পৰিল,
ক্রোধ ভাৱে মুনিৰ ওচৰক আহিল;
বিকর্ষনা কৰি বেদ ব্যাসক কহিলা,
মোহোক প্ৰসংসা কৰি সিৱক নিন্দিলা ।
এহি বুলি কলে বিষ্ণু, সুনা ব্যাস দেৱ,
জি কৰিলা সি কৰিলা, ভজিওক সিৱ ।
আৰু সুনি ব্যাস মুনি কৰি অঙ্গিকাৰ,
গোবিন্দৰ সেৱা মই ন কৰিবো আৰ ।
সিৱক পুজিয়া সিৱ ভক্ত হৈল ব্যাস,
তাতে ফল ব্রিধি তেঁওৰ বিপৰিত ক্লেস ।
ব্যাসৰ ইসব বিত্তি মহেস দেখিয়া,
নন্দিক বুলিলে সিৱে হাঁসিয়া হাঁসিয়া,
দেখা, দেখা, ওহে নন্দি ব্যাসৰ দুর্দৈব
আচিলে বিষ্ণুৰ ভক্ত, হৈল ভক্ত সিৱ,
ব্যাসৰ চঞ্চল মন লেগে জাৰ জনা,
কাসিতে দিবলৈ ভিখ্যা কৰিলন্ত মনা ।
মগনিয়া হৈল ব্যাস ভিখ্যাৰ কাৰন
ঘৰে ঘৰে ফুৰি ফুৰি কৰিলে গমন,
এহি ৰূপে দুই দিন থাকি অনাহাৰে,

অতি সুম পাই ব্যাস ৰহিলন্ত ঘৰে;
মহা ক্ৰোধে ব্যাস দেৱ হৈই অচেতন
কাসিক সাপিলে, কোনে কৰিব খণ্ডন?
ধন বিদ্যা অহঙ্কাৰ কৰি কাসি লোকে
মোহোক নি দিলে ভিখা, মৰোঁ পেট ভোকে;
তেন্তে মৱো বেদ ব্যাসে দিলোঁ এহি সাপ,
কাসি বাসি লোকৰ অখণ্ড হব পাপ,
অন্য থানে পাপ হলে খণ্ডিবেক কাসি,
কাসিতে জি পাপ হব, হব অবিনাসি;
ধন বিদ্যা আদি জত সকলো গুচিব,
জদি ব্যাস সত্য, তেন্তে বিফল ন হব ।
কিন্তু তাতে হৈচে জানি দুৰ্নাম আপোনা,
সিৱক বুলিলে, দুৰ্গা কৰি বিকৰ্থনা,
একে বুৰা তাতে ভাঙ্গ ধুতুৰাৰ ভোল
অল্প অপৰাধে কৰা মহা গণ্ড গোল,
ব্যাসক অন দিবলৈ দিলা কিয় লাক?
সি দিলে কাসিত সাপ, কোনে খণ্ডাবেক?
তিনি দিন অনাহাৰে দুখ অতিসই,
ব্ৰহ্ম হত্যা পাপ হব নাহিকে সংসই ।
এক বাৰ ক্ৰোধত ব্ৰহ্মাৰ মাথা লৈই,
সেই সাপে ফুৰিচাহা মুণ্ডধাৰি হৈই ।
এহি বাৰো ব্যাসে জদি নাহি পাই অন,
পুনৰ্বাৰ দিব সাপ পেটৰ কাৰন ।
মই অনপুৰ্না আচোঁ কাসিত বসিয়া,
মোহোৰ দুৰ্নাম হব নে দেখা ভাবিয়া ।
এই ৰুপে নানা বিধ কৰি বিকৰ্থন,
মায়া কৰি পুৰি এক কৰিলে সৃজন ।
ধৰিলে নৰৰ বেস মহেস পাৰ্বতি,
গ্ৰিহিনি হৈলন্ত দুৰ্গা, সিৱ গ্ৰিধ পতি ।
এনে ৰুপে ব্যাস দেওক দিলে অন দান,
কোনো নে থাকিলে অনাহাৰে কাসি থান;
জদি কোনো লোকে অনাহাৰে থাকে ৰহি,
অনপুৰ্না দেবি তাকো অন দিএ আহি ।
এই ভাৱে গপ কথা বোলে সৰ্ব জনে,
তাহাতে অগিয়ানি লোকে আচৰিত মানে ।
সঁচা মিচা বিবেচনা কেৱে ন কৰই,
ব্ৰাহ্মনে বুলিলে মাত্ৰ কৰিব প্ৰত্যই ।
কিন্তু সি সকল মিচা, জানিবা অন্তৰে,
কাসি মাজে সত সত থাকে অনাহাৰে ।

কৈত আচে অনপুৰ্না নে দেখিলোঁ তাই,
সহস্ৰ সহস্ৰ লোকে আচে দুখ পাই ।
নিজে মই মনিকৰ্নি পুখুৰিৰ পাৰে
তিনি দিন ৰখিলোহো তাতে অনাহাৰে ।
সঁচা মিচা ইয়তে বুজিওক বিচাৰি,
নিজ নিজ বুধি গিয়ান মনজোগ কৰি ।
পুৰ্বৰ জি সব কথা জদি সত্য হই,
কিয় বহু লোকে পাই দুখ অতিসই?
ব্যাসৰ ব্ৰিত্তান্ত মই লিখিলোঁ জি কাৰ্জে,
তাহাৰ কাৰন সুনা পাঠক সমাজে ।
ব্যাস দেৱে বহু সাস্ত্ৰ কৰিলে ৰচন,
তাক সত্য ৰুপে মানি আচা সৰ্ব জন ।
ব্যাসে লিখা বিধি সব বিফল ন হই,
হিন্দু সাস্ত্ৰে বোলে, তাতে নাহিকে সংসই ।
তেন্তে কাসি তিৰ্থে কেনে আচে পুন্য সাৰ?
জেন সাপ দিলে বিপ্ৰে বুজিওক সাৰ ।
ন হব খণ্ডন পাপ তাত কলে মুনি,
তেন্তে কিয় আসা কৰে লোকে জানি সুনি?
পুন্য ফল নাহি, কিন্তু আচে এহি সুনা,
সেসে ভুঞ্জিব লাগিব নৰক জাতনা ।
এবে বোলোঁ মই কাসি তিৰ্থ বিবৰন,
মন থিৰ কৰি সুনা সৰ্ব বন্ধুগন ।
তেবেসে জানিবা কাসি তিৰ্থ কেনে থান,
আৰু জত ধৰ্ম ফল হই উপাৰ্জন ।

নামতে বঙ্গালি পটি গঙ্গা নদি পাৰে
কেদাৰনাথ সিৱৰ মন্দিৰ দুআৰে ।
আমি আঠ জন জাত্ৰি আচিলোঁ সি ঠাই,
প্ৰায়ে এক মাহ কাল তেঁওৰ সেৱাই ।
সিৱ সেৱা বিবৰন সুনা বন্ধুগন,
মই নিজ চকুৰে কৰিলোঁ নিৰিখন ।
বহুত তিৰি পুৰুস বঙ্গালি পচিমা,
লৰা, বুৰা, ডেকা আদি নাহি তাৰ সিমা;
দুদণ্ড ৰাতি থকাতে কৰি সাস্ত্ৰ বিধি,
গঙ্গা স্নান কৰে সবে তিতা বস্ত্ৰ পিন্ধি;
হাতে চাউল কলা আদি বেল পাত লৈই,
মন্দিৰৰ মধ্য থানে প্ৰবেসন্ত গৈই;
দিনতে এন্ধাৰ তাত সুনিও কাৰন,
প্ৰকাস ন হই তাত ৰবিৰ কিৰন;

চাবি কালে ইটাবে বেবিচে বান্ধি গব,
সেই হেতু সো সোমাই সুর্জব পহব ।
এবে সুনা, সি থানব জেনে বিববন,
হবা হবি হতা হতি বুজিবা সধ্যান;
ক্রেবে কাব গাবে পবে, কাকো কেবে টানে,
নাহিকে সম্ভান একো সিবব খিয়ানে ।
জুবতি বিধবা জত কবে কাসি বাস,
সম্ভবক পুজি পুর্ন কবে অভিলাস ।
তাতে জাতি ভেদ নাহি, ন কবে সোধন,
সুন্দব পুরুস হলে কবে নিমন্ত্রন ।
ধন্য বোলো কাসি বাসি জুবতি গনক,
তাতোকেও ধন্য বোলো বিধবা সবাক;
জি হেতুক সেই সবে সিব আবাধন
বিদেসি জনবো কবে সব আন্ পৈচান ।
এহি ধর্ম্ম ফল ব্রিধি কাসিত প্রধান,
নাহি সক্কা পবলোকে, ইহলোকে জান ।
আকে বুজি দেখা সবে, নি লিখিবো আব,
বাবানসি বাসিবো এহিসে কর্ম্ম সাব ।
চোব বিধরাতে তই অধিক কাসিত,
কোনো জনে বধ্যা পাব নোআবে ইহাত,
এবালে এটাব পবা অন্যো নাহি মুক্তি,
তিনি সক্র জিনিবলৈ আছে কাব সক্তি?
সাস্ত্রে বোলে, কাসি নাই-সগা ভুমোলত,
মহা দেবে থৈছে ত্রিসুলব ওপবত ।
জদি এবে সত্য হই, তেন্তে কিয় হেব?
ভুমি কম্প হেতু কাসি তৈলন্ত হেলন ।
এই হেতু মিচা গপ সাস্ত্রে বখানই,
ভুমি কম্পা হেতু লোকে জানিলে নিচাই ।
মোব মনে এহি রুপে হৈছে বিবেচন,
ক্রিপা কবি দেখালন্ত প্রভু সনাতন,
গুচাবব হেতু ভ্রম সবাইলন্ত কাসি,
লোকে জেন তাত ভাই ন হই বিবাসি ।
আরু বোলো, জদি কাসি সাব তির্থ হই,
কিয় তাব বাসি লোকে মান্য ন কবই!
মুখে মাত্র বোলে, কাসি মহা পুন্য থান,
কিন্তু কবমেবে ন কবই একো মান ।
অভেক সন্ন্যাসিগাব প্রধান সি থানে,
গুরু বুলি হিন্দু লোকে জি সবক মানে,
বোলে নিজ ঘবে একো ধর্ম্ম নাহি হই,
তিয়াগ কবে পিত্রি মাত্রি তিবিব আলই,
অকল্ সবে দেসান্তবে জাই অতিসই,
ধর্ম্ম কবে, পুনর্ব্বাব বেস্যা নাবি লৈই ।
পিত্রি মাত্রি অর্থ হেতু হই বিয়াকুল,
পুত্র থাকে তির্থত বেস্যাত হৈই ভুল ।
নাহিকে তাহাব চিন্তা জিরনে মবনে,
অহঙ্কাব কবি গুরু আপোনাক মানে ।
আরু পিত্রি মাত্রিক ন কবে সমাদব,
কোনো থানে দেখিলোঁহো এনে দুষ্ট নব ।
কিন্তু ধর্ম্ম সাস্ত্রে বাক্য কই সনাতন,
জি জনে ন কবে পিত্রি মাত্রিব পোহন,
মহা অধবমি বুলি ইশ্ববে তাহাক,
পবকালে ফল দিব দোর্ঘোব নবক ।
সর্ব্ব দেসে সর্ব্ব সাস্ত্রে এহি রুপে কই,
পিত্রি মাত্রিক পালন কবিব ভনই ।
জি জনে ন কবে এই রুপ বেবহাব,
সাস্ত্রে আরু সর্ব্ব লোকে বোলে দুবাচাব ।
কাসিত কবই বাস অভেক সন্যাসি
বেস্যা নাবি বাখি খিয়ান কবে দিবা নিসি;
চিবকাল বাস জেবে কবে সেহি ঠাই,
তির্থ ফল মাত্র এহি, বেস্যা কন্যা পাই ।
কিন্তু জদি কবিব পাবাহা টকা বই,
বাস কবি কিছু কাল থাকিবা সি ঠাই ।
সিবক পুজিলে হব উপজুক্ত দণ্ড,
পবকালে পাব সিতো নবক প্রচণ্ড ।
কাসিত সিব পুজিলে জি ফল দেখিলোঁ,
পাঠকব আগে তাক প্রচাব কবিলোঁ;
সিবক পুজিলে আরু জি জি হব আস ।
সংখেপে তাহাবো মই কবোঁহো প্রকাস,
হিন্দু সাস্ত্রে বোলে, সিবে গেঁজা ভাঙ খাই,
নাঙটা হৈয়া ফুবে নিলাজ সদাই;
সবিলত লিপি ভস্ম ভ্রুমে থানে থানে,
সর্ব্বদা মাগই ভিখ্যা পেটব কাবনে ।
নচাই বলধ সর্প পাই সদা ভ্রম
ঘবে ঘবে ভোলানাথ কবি বম বম ।
তেঁওব বেবহাব এই হিন্দু সাস্ত্রে কই,
দেখা সিস্য গনে তেঁওব সদ্রিস কবই ।
সিবব প্রধান সিস্য জি সন্যাসি গন,
সর্ব্বদা কবই মনে সিব রুপ খিয়ান ।

গুৰুৰ সদৃস সবে হই লজ্যা হিন,
বিসন্ত্ৰৰ ৰুপ কোনো, কোনো বস্ত্ৰ হিন ।
কেৱে বলধক, কেৱে সৰ্পক নচাই,
ঘাৰে ঘাৰে ফুৰি সবে ভিখ্যাক মাগই ।
ভস্ম লিপে সৰিলত ভ্ৰুমে থানে থানে,
মতোআল হই সদা ভাঙ্গৰ কাৰনে.
আৰু নানা অনুচিত কৰে বহু কৰ্ম,
তাৰি দেখা বন্ধু সব ই কেনে অধৰ্ম!
সিবক পুজিলে এই ধৰ্ম বুলি কই,
ইসাত ন হব ত্ৰান জানিবা নিচই ।
এই হেতু ভজা যিচু ব্ৰুক্ত নিৰঞ্জন,
তাতেহে কেৱল পাবা অনন্ত জিৱন ।
পাপ ইচা গুচি হব ধৰ্ম মনজোগ,
পৰকালে কৰিবা অখই সুখ ভোগ ।
দেখা আসুৰৰ হৈছে ওচৰ মৰন,
এই হেতু ধৰা যিচু খ্ৰিষ্টৰ চৰন ।
এৰা সবে বন্ধুগন ভুল ভ্ৰান্তি পথ,
আস্ৰই কৰাহে যিচু জিৱনৰ নাথ ।
তেঁৱেহে পাপিৰ বন্ধু জানিবা নিচই,
বিস্বাসিলে ত্ৰান পাবা নাহিকে সংসই ।
দেখা বন্ধুগন, তেঁওৰ কিনো প্ৰেম দান,
পাপিৰ মুক্তিৰ হেতু দিলে নিজ প্ৰান!
কোনে কৈত সুনি আচা, এনুআ চেনেহ,
পিত্ৰি দিএ, পুত্ৰ হেতু আপোনাৰ দেহ!
কিন্তু ইস্বৰৰ প্ৰেম দেখা পাপি বন্ধু,
নিজ প্ৰান দি তাৰিচে পাপি ভৱ সিন্ধু ।
আৰু মাতি আচে, প্ৰভু সৰ্ব নৰগন,
আঁহা পাপি, লোআ, দিঁও অনন্ত জিৱন;
পাপ হেতু খেদ কৰা তেজি পাপ মতি,
চঞ্চল চিত্তেৰে মোত কৰিও ভকতি;
তাতে খণ্ডা জাব সব অপৰাধ দোস,
পাপিৰ মৰনে মোৰ নাহিকে সন্তোস ।
আঁহা, আঁহা, সৰ্ব পাপি জগতৰ নৰ,
ধৰা মোতে, মই সত্য পথ জিৱনৰ;
পালটা পালটা, সুনি বিনই বচন,
সৰ্বনাস পথে কিয় কৰিচা গমন?
এই ৰুপে প্ৰভু মাতি আচে পাপিগন,
সিগ্ৰে ধৰা বন্ধু সব তেঁওৰ চৰন;
পলম ন কৰা, চাপিচেহি মিত্যু কাল,
ন ভজিলে যিচু, হব নৰকৰ জাল ।
এই হেতু বিনই বচন কহোঁ সুনা,
পলোআ, পলোআ, বন্ধু নৰক জাতনা ।
হেলা ন কৰিবা সুনি বিনই বচন,
হাততে হেৰাব পাচে জিৱনৰ ধন ।

ন. ন. ক.

---

## চিপিও সেনাপতিৰ চৰিত্ৰৰ কথা ।

The noble Behavior of Scipio

ৰুমিযা ৰাজ্যে চিপিওক ২৪ বচৰ বয়সত ইস্পানিয়া দেসে লৈতে ৰন কৰিবলৈ সেনাপতি পাতিলে ।

কাৰ্তাগো নগৰ জই কৰাৰ পাচত তেঁওৰ ধৰম আৰু সুচৰিত্ৰৰ পৰিখ্যা তলত লিখা দৰে হল, আৰু পূৰ্বৰ আৰু এতিয়াৰ পুৰাৱিত লিখক সকলে এই কথা বৰ প্ৰসংসা কৰিচে ।

ইস্পানিয়াইতৰ ৰন জিকি তেঁও চাউনিলৈ আহিলত তেঁওৰ তলতিয়া বিলয়া সকলে তেঁওৰ তলৈ এজনি এনে ৰুপৱতি কন্যা আনিলে, যে তাইৰ ৰুপ দেখি সভাৰ সকলোএ মোহিত হল । আৰু চিপিওএ তেঁওৰ বভাৱি যৌৱন এৰি বৰ অস্থিৰ হৈ তেঁওৰ আসনৰ পৰা উঠিল, পাচে খিৰ হৈ সেই ৰুপৱতি বন্দিয়াৰৰ ঘৰ, থকা ঠাই, আৰু বংস ইত্যাদিৰ কথা অতি আদৰকৈ সুধি, বজাৰ কোঁৱৰ-এটাই তাইক বিয়া কৰাবলৈ খুজিচে বুলি সুনি, সেই কোঁঅৰক আৰু কন্যাৰ মাক বাপেকক আনিবৰ আগ্যা দিলে ।

পাচে সেই ইস্পানিয়া দেসৰ কোঁঅৰ তেঁওৰ তলৈ অনা হলত তেঁও তাক একোধৰকৈ মাতি নি সি সেই কন্যাৰ নিমিত্তে যে ভাবিচিল, সেই ভাবনা দুৰ কৰিবৰ নিমিত্তে এই বুলি কলে, বোলে, তুমি আৰু মই দুয়ো ডেকা, সেই দেখি একেবিও আসঙ্কা ন ৰখাকৈ কঁও । জিবিলাকে মোৰ তলৈ তোমাৰ খোজা বৰ্হী কন্যা আনিচিল, সিইতে তাইক তুমি অতি মৰম কৰা বুলিও কৈচিল, আৰু তাইৰ ৰুপ গুন দেখি সেই কথাত মই সঁজাত কৰিচোঁ, কিন্তু মই

ভাবিছিলোঁ, বোলোঁ, তোমাৰ নিচিনা অৱস্থাত পৰা হলে মযো অনুগ্ৰহ বাঞ্চা কৰিলোঁহেঁতেন । এতেকে মই তোমাক এটি উপকাৰ কৰিব খোজোঁ; জুখৰ দোআৰাই মই তোমাৰ অধিকাৰ হৈছোঁ হই, কিন্তু মই তোমাৰ মিত্ৰ হব খোজোঁ; এয়া তোমাৰ তিৰোতা, লৈ জোআ, আৰু সন্তোস হবা । তুমি নিচই জানিবা, যে তাই মাক বাপেকৰ ঘৰত জেনেকৈ থাকিলহেঁতেন, আমাৰ ইয়াতো তেনেকৈ আছে; জি সুখৰ পৰা সত্ মানুহৰ ধৰম সুখ আৰু মৰ্জদা নষ্ট হই, তেনে সুখ মই চিপিওএ ভোগ কৰিব নো খোজোঁ; মোৰ আৰু তোমাৰ জোগ্য দান কৰিবলৈ মই তাইক ৰাখিছিলোঁ; এতেকে এই অমূল্য দানৰ সলনি তুমি মোৰ প্ৰতি ক্রিতগ্যতা প্ৰকাস কৰি ৰোম দেসিয়ৰ মিত্ৰ হোআ ।

সেই কোঁঅৰে এই কথাত একো সমিধান দিব নোআৰি, সেনাপতিৰ ভৰিত পৰি বৰকৈ কান্দিব ধৰিলে, আৰু সেই কন্যাও সেই দৰে পৰিল । পাচে সেই কোঁঅৰৰ বুঢ়া বাপেকে অতি হৰ্স হৈ এই কলে, বোলে, হে মহত চিপিও, ইশ্বৰে তোমাক মনুস্যতকৈ অধিক ধৰম দিছে; হে মহিমাৱন্ত সেনাপতি তুমি এতিয়া এই ক্রিতগ্য কন্যাৰ আসিৰ্বাদ সুনি জি সন্তোস পাইছা, তাৰ সমান সুখ কি হব পাৰে?

চিপিও এনে আছিল, তেঁওৰ সদ গুন প্ৰসংসিত নো হোআকৈ নে থাকিল; সেই ইস্পানিয়া বজাৰ কোঁঅৰে এনে প্ৰতাও, দায়া, আৰু সিসতা দেখি অতি আচৰিত হৈ ঘৰলৈ গৈ সেই মহত সেনাপতিৰ সদ গুন সকলো চাইতে এই বুলি প্ৰকাস কৰিলে, বোলে, ইস্পানিয়া দেসলৈ এজনা এনেহে বিৰ আহিছে, যে তেঁও সকলোকে আপোনাৰ দায়া আৰু ধৰমৰ প্ৰতাৰত জিমানকৈ জিকে, বাহু বলৰ দোআৰাই তিমান ন কৰে । সবাৰ দিৱ ।



# য়োচেফ বন্দি হোআৰ কথা ।

Lesson XIII.—Joseph a Prisoner.

সিবিলাকে য়োচেফক কিনিলে, সিবিলাকে তেঁওক বৰ দূৰ দেসলৈ লৈ গল । সেই দেসৰ নাম মিচৰ বুলি কই ।

সিবিলাকে জেতিয়া মিচৰ দেস পালেগৈ, তেতিয়া সিবিলাকে তেঁওক ঘোঁৰা বা গৰুৰ দৰে বেচিবলৈ উপাই কৰিলে । কোনো কোনো দেসত মানুহবিলাকক বেচে, আৰু সিবিলাকক বন্দি বোলে । দুখিত্তা য়োচেফকো সেই ৰূপে এটা বন্দিৰ নিচিনাকৈ বেচিলেনি । তেঁওক এজন দায়ালু মানুহে কিনিলে বুলি তুমি ভাবনা ন কৰা নে? হই, জি ৰজাক জানে, এনে এজন বৰ ধনৱন্ত আৰু দায়ালু মানুহে তেঁওৰ বন্দি হবৰ নিমিত্তে জি য়োচেফক কিনি ললে, তেঁওৰ নাম পোতিফৰ । তেঁও য়োচেফক বন্দি লবৰ কাৰনে ঘৰলৈ লৈ গল । আৰু তেঁওক পথাৰত কাম কৰিবলৈ ন পঠিয়াই, কিন্তু তেঁওক ঘৰ গিৰি পাতিলে, এই হেতুকে য়োচেফৰ কঠিন কৰম নাছিল ।

য়োচেফে বিস্বাসি দাস হবৰ নিমিত্তে বৰ কাৰ্বাৰ কৰিছিলে । তথাপি তেঁওৰ পিত্ৰিৰ ঘৰলৈ জাবৰ বৰ মন আছিলে; তেঁও খেদ কৰাত কাল নি নিয়াই, কিন্তু তেঁওৰ গৰাকিক সন্তোস কৰাবলৈ বৰ যুম কৰে । জেতিয়া তেঁওৰ গৰাকিএ তেঁওক কোনো কাম কৰিব দিএ, তেতিয়া তেঁও তাক ইমান ভালকৈ কৰে, জে তেঁওৰ গৰাকিএ দেখি সন্তোস পাই । য়োচেফে ইমান সুন্দৰ ৰূপে কাম কৰিবলৈ ইশ্বৰে তেঁওক দেখালে; আৰু য়োচেফৰ গৰাকিএ জানিলে, জে ইশ্বৰহে তেঁওৰ সহাই আছিল । য়োচেফে তেঁওৰ গৰাকিত এই কথা কৈছিল বুলি মই এনে ভাবিছোঁ; কাৰন তেঁওৰ গৰাকিএ সত্য ইশ্বৰক নে জানে; কিন্তু মুৰ্ত্তি বোৰকহে সেৱা পূজা কৰে ।

দিনে দিনে তেঁওৰ গৰাকিৰ সন্তোস বাঢ়িল । সেসত তেঁওৰ গৰাকিএ য়োচেফক বুলিলে, বোলে, তোমাক বিস্বাসি মানিব পাৰোঁ, মোৰ, আৰু বন্দিবোৰৰ ওপৰত আৰু মোৰ ঘৰৰ

সম্পতি বাৰি আৰু পথাৰ, এই সকলোৰে ওপৰত তোমাক অধিকাৰ পাতিচোঁ, কিয়নো মই তোমাক অধিকলৈ বিশ্বাস কৰিচোঁ ।

এই হেতুকে য়োচেফে আটাই বস্তুকে সাৰধানে ৰাখে, আৰু তেঁও জিহকে কই, তাকে আটাই বন্দিবোৰে মানে; আৰু তেঁওৰ গৰাকি বাহিৰত থাকোঁতে তেঁও জি কৰোঁ বোলে, তাকে কৰিব পাৰে । কিন্তু তেঁও গৰাকিৰ আগত থাকোঁতে জি ৰূপে কৰে, সেই ৰূপে গৰাকি নো হোআতো কৰে, কিয়নো তেঁও জানে, জে পৰম ইশ্বৰৰ চকু সদাই মোৰ ওপৰত আচে । অনেক অনেক লৰা আচে, জি সিইঁতৰ মাক বাপেক খোটালিৰ পৰা বাহিৰলৈ গলে মাথোন বেয়া আচাৰ কৰে, এনে লৰাবোৰে কেতিয়াও ইশ্বৰলৈ ভই ন কৰে ।

অনেক অনেক সুন্দৰ খোআ বস্তু আৰু সুন্দৰ পিন্ধা কাপৰ তেঁওৰ হাতত ৰাখিবলৈ পালেও, তেও তেঁওৰ গৰাকিএ তেঁওক জি লব দিএ, কেৱল তাকহে তেঁও লই । তেঁও ঘৰতে হওক বা পথাৰতে হওক, সদাই কাম কৰি থাকে; আৰু ইশ্বৰে অনুগ্ৰহ কৰি ঘৰৰ কাম আৰু পথাৰৰ খেতিত তেঁওৰ আসিৰ্বাদ হল ।

এই কাৰনে পোতিফৰৰ আপোনালৈ কোনো চিন্তা নাচিল, কিয়নো য়োচেফে তেঁওৰ কৰমৰ ভাৰ সকলো চলাব বুলি জানিলে ।

এই হেতুকে এতিয়া য়োচেফৰ মন সন্তুষ্ট হল; কিন্তু তেঁওৰ বাপেক আৰু সৰু ভাইটি বেনিয়ামিনক তেঁও পাহৰিব নোআৰিলে । তেঁওৰ মাক হলে বহু দিনৰ আগেএ মৰিল ।

য়োচেফলৈ কেনে অসন্তোসৰ আপদ এটা ঘটিল, তাক তোমোলাকে এতিয়া সুনিবা । পোতিফৰৰ তিৰোতা দুষ্ট আচিল । তাই য়োচেফক তেঁওৰ কাম আৰু ঘৰৰ পৰা গুচাবলৈ মতি কৰিলে, কিয়নো তাই কিমান দুষ্ট ইয়াকে য়োচেফে জানে; এই কাৰনে তাই য়োচেফক দেখিব নোআৰে ।

এই দুষ্ট তিৰিএ পোতিফৰক কলে, তোমাৰ দাস য়োচেফ, তাক তুমি বৰ ভাল বুলিচা, সি অতি দুষ্ট, আৰু তুমি জেতিয়া বাহিৰত থাকা, তেতিয়া অনুচিত আচৰন কৰে । জেতিয়া য়োচেফে কৰা বুলি বেয়া কথা তাই পোতিফৰত কলে, তেতিয়া পোতিফৰে তাইৰ কথাত বিশ্বাস ন কৰিবলৈ অগিয়ানি আচিল । তেঁও বৰ খঙ কৰি কলে, য়োচেফক বন্দি সালত থোআ হব ।

এই নিমিত্তে কেতবিলাক মানুহে তেঁওক নি বন্দি সালত থলেগৈ । মোৰ প্ৰিয় লৰাবিলাক, তোমোলাকে কেতিয়াবা বন্দি সাললৈ গৈচিলা নে? এক্কাৰৰ ঠাই, সৰু সৰু খিলিকি দুআৰ, আৰু খিলিকি দুআৰৰ আগত লোৰ দাঙ আচে, আৰু দুআৰৰ সলখাও লোৰ ।

য়োচেফক বন্দি সালত থোআ হল, আৰু তাতে তেঁওৰ ভৰি ডাঙৰ লোৰ সিকলিৰে বন্ধাত তেঁও দুখ পালে ।

সেই বন্দি সালতে অনেক অনেক মানুহো আচিল, সিবিলাকৰ মাজত অধিক ভাগে জগৰিয়া হৈচিল, কিন্তু য়োচেফে হলে একো বেয়া কৰম কৰা নাই । ইশ্বৰে য়োচেফক প্ৰেম কৰি বন্দি সালত থকাতো তেঁওক আনন্দিত কৰাব পাৰে ।

সেই বন্দি সালৰ চাবি ধৰা আৰু বন্দিয়াৰ, বোৰকো ৰখা কৰোঁতা এটা মানুহ আচিল, কেতিয়াবা বন্দি সালৰ ৰখিয়াবিলাক অতি নিৰ্দয়ালু হই, কিন্তু য়োচেফক প্ৰেম কৰিবলৈ ইশ্বৰে ৰখিয়াৰ মনত লগাই দিলে । য়োচেফৰ মুখ দেখিবলৈ বৰ সুন্দৰ, আৰু তেঁও ৰখিয়ালৈ ভাল আচৰন কৰি, তাৰ সকলো আগ্যা মানি থাকে ।

সেসত য়োচেফলৈ বন্দি সালৰ ৰখিয়াই তেঁওৰ ভৰিৰ পৰা সিকলি গুচাই বন্দি সালত ফুৰিবলৈ দিলে, আৰু তাত থকা আটাই বন্দিয়াৰবোৰক তেঁওৰ হাতত সোধাই দিলে । য়োচেক বিশ্বাসি আৰু সুবুধিয়ক, ইয়াক ৰখিয়াই দেখিলে । তেঁও জি জি কৰিলে, ইশ্বৰ তেঁওৰ সহাই হৈ তাকে সিধি কৰিলে, আৰু ইশ্বৰেই য়োচেফৰ পৰম মিত্ৰ হৈ তেঁওক সান্তনা কৰিবৰ নিমিত্তে সদাই পৰ দি আচিল ।

ইশ্বৰে কোনোবা দিনা বন্দি সালৰ পৰা য়োচেফক মুকলি কৰিব বুলি তেঁও সদাই ভাবনা কৰি থাকে । ক.

## গিয়ানৰ পহাৰ।

The Merchandise of Wisdom,

হে প্ৰিয় লৰাবিলাক, তোমোলাকে মুদৈৰ পহাৰ দেখিচা, আৰু যনে যনে তোমোলাকে ধন দি মুদৈৰ বস্তু কিনিচা। মুদৈবিলাকৰ পহাৰত অনেক বস্তু পোআ জাই, ধান, চাউল, মাটি মাহ, চেনি, লোন, সালধি, আদা, তেজপাট, এই সকলো বেচে। আৰু এইবিলাক বস্তু সিইঁতৰ পহাৰত ৰাখে, আৰু জি কোনো আহে, সিবিলাকক ভুখি বেচে হই, কিন্তু ধন নো পোআকৈ কাকো একো নিদিএ। জিবিলাকৰ পৰা ধন পাই, সিবিলাক দুখিয়া, বা চহকি, সকলোকে সমানে ভুখি বেচে। দেখা, বিদ্যাই এনে এক পহাৰ কৰিচে, তেঁও কিনি লোআ সকলো বস্তু আনবিলাকক বেচে। আৰু সকলোকে আপোনাৰ পহাৰলৈ মাতে, ৰজা আৰু প্ৰজা, ধনি আৰু দুখিয়া, এই সকলোকে মাতে; তেঁও কাকো আপোনাৰ পৰা নে খেদাই। আৰু কাৰো পৰা ধন পাবলৈ নো খোজে। কিয়নো তেঁওক মন দিলে, তেঁও আপুনাৰ সকলো বস্তু বিলাই দিএ, অধিক মন দিলে অধিক দিএ, অলপমান মন দিলে অলপ পোআ জাই। এই নিমিত্তে হে প্ৰিয় লৰাবিলাক, তোমোলাকে বিদ্যাত মন দিয়া, আৰু স্ৰম কৰি আপোন আপোন পাঠ পৰ্হা, তাতে তোমোলাকৰ কুসল হব, আৰু বিদ্যাই কি কি বস্তু বেচে, তাক কঁও সুনা। তাৰ পৰা নানা বিধ গিয়ান পোআ জাই।

১। ধৰম গিয়ান, অৰ্থাত পৰম ইস্বৰ কেনে, আৰু তেঁওৰ কৰম কেনে, জগত স্ৰুজা হোআ, মামুহবিলাকৰ পাপ পুন্য কৰা, স্বৰগ বা নৰক কেনে, এই সকল গিয়ান দিএ।

২। নিতি গিয়ান, অৰ্থাত মামুহলৈ কেনে কৰম কৰিলে পৰম ইস্বৰ সন্তোস হই।

৩। জোতিস বিদ্যা, অৰ্থাত সুৰ্জ, চন্দ্ৰ, গ্ৰহ, আৰু তৰাবিলাকৰ বিসই।

৪। ভোগোল বিদ্যা, অৰ্থাত প্ৰিথিবিৰ ওপৰত থকা দেস, সাগৰ, পৰ্ব্বত, নদি, এই সকলৰ বিবৰন।

৫। পুৰনি ইতিহাস, অৰ্থাত আগৰ কালৰ ৰজা আৰু ৰাৰ্জ্য, আৰু নগৰ, এই সকলোএ জুধ কৰাৰ বিবৰন।

৬। পদাৰ্থ বিদ্যা, অৰ্থাত প্ৰিথিবিত থকা বস্তু, আৰু আকাসত থকা বস্তু, এইবিলাকৰ ইটে সিটে বেগেগ হোআৰ স্বভাও।

৭। অঙ্ক বিদ্যা, অৰ্থাত গনিব পৰা জি বস্তু সকল তাৰ গুন।

৮। পস্বাবলি, অৰ্থাত পহু, পখি, আৰু মাচবিলাকৰ বিবৰন।

এই অলপমান গিয়ানৰ কথা তোমোলাকত কলোঁ, আৰু জি মোদৈৰ কথা তোমোলাকে সুনিলা, সেই ৰুপে গিয়ানৰ আৰ্হি তোমোলাকক দেখুআলো।

এই হেতুকে তোমোলাকে গিয়ান বিচাৰিলে তোমোলাকৰ পৰম সুখ হব। কি সুখ তোমোলাকৰ হব, তাক কঁও, সুনা। জেতিয়া তোমোলাকৰ মনত গিয়ান বাৰ্হি জাই, তেতিয়া তোমোলাকৰ পাপ পুন্য জানিব পাৰিবা। কোন জনে তোমোলাকৰ পাপ গুচাব পাৰে, তাক কঁও, সুনা; জি জনৰ কথা তোমোলাকে ধৰম সাস্ত্ৰত পৰ্হিচা, সেই জনে তোমোলাক আৰু আমাৰ সকলোৰে পাপ গুচাব পাৰে, সেই জন কোন? তাক তোমোলাকে জানিচা নে! সেই জন জগতৰ পাপ গুচাঁওতা, আমাৰ প্ৰভু যিচু খ্ৰিষ্ট, জিৱন দিঁওতা ইস্বৰ, তেঁও আমাৰ পাপ গুচাই স্বৰগত ঠাই দিব পাৰে, এনে জনক তোমোলাকে লোন কালে বিচাৰা, তেহে তোমোলাকৰ অতি সুখ হব। অ. চ. ক.



## অনেক দেসৰ সম্বাদ ।

Journal of Events.

ডিচেম্বৰৰ ৩০ তাৰিখত মান দেসৰ দখিন ভোখৰ অৰ্থাত পেগু প্ৰদেসক গবৰ্নৰ জেনৰল লৰ্ড চাহাবে দখল কৰি সদাই ইঙ্গৰাজিৰ কৰতলিয়া হবলৈ আগ্যা দিলে। জি ভোখৰ এই ৰূপে মান ৰজাৰ পৰা ললে, সি প্ৰাই ৩,০০০ বৰ্গমাইল মাটি; তাৰ মাজত ঐৰাৱতি, বাচিন, চিতাঙ্গ, এই তিনি খন নদি বৈ গৈচে। ইয়াৰ মাজত অনেক ডাঙ্গৰ নগৰো আচে, বিসেস ৰাংগুন, বাচিন, পেগু, প্ৰোম, তাওঙ্গু, মেগাইন, বিলেঙ্গ, মাৰ্ত্তবান, এই সকলো আচে। আৰু সেই প্ৰদেসৰ ওপৰতে কাপ্তান ফেৰি চাহাবক কমিস্যনৰ বাবে অধিকাৰ পাতিলে।

মান দেসৰ দখিন ফালে ডকাইতৰ নিচিনা মানৰ সেনাই দেস ঘূৰি ফুৰি বস্তু লুট কৰি ঘৰত জুই দি গচ আদি কাটি পেলাই, আৰু লৰা তিৰোতা সকলোকে কাটি গোটেই খন দেস নষ্ট কৰে। সিইতক নিবাৰন কৰিবৰ নিমিত্তে মিয়াতচা নামে এজন কাৰেন গামে ৭০০ মানুহক গোটাই ডকাইতবোৰক জুধ কৰি ৩৫ জনক ধৰি ৰাংগুনলৈ পঠালে। সেই ডকাইতৰ ওপৰত দুই সেনাপতি আচে, মিয়াতুন আৰু মেৰান; মিয়াতুনৰ ৭,০০০ সেনা আচে; মেৰানৰ ২,০০০।

জেনৰল গদৱিনৰ ফৌজৰ দোআৰাই পেগু নগৰ মানৰ পৰা আকৌ কাঢ়ি নিয়া হৈচে; কিন্তু লওতে চিপাহি ২৬ জন পৰিল। পাচে তাক ৰাখিবৰ নিমিত্তে মেজৰ হিল চাহাব সেনাবিলাকে সৈতে তাতে থাকিল; কিন্তু সিবিলাক তাকৰ দেখি মানৰ ৭০০০ মান সেনাই সেই নগৰ বেৰি আকৌ জুধ ধৰিলে; এবেলি জেনৰল হিল চাহাবে সিইতক খেদালে, কিন্তু খাৰ গুলি তাকৰ হোআত ৰাংগুনলৈ বাত্ৰা পঠাই উপকাৰ খুজিলে। তাতে কমদোৰ চাহাবে ৬ খন নাও খাৰে সৈতে পঠাই দিলে, কিন্তু সেই নাওবোৰ পেগু নগৰৰ ওচৰ পালত খাপ দি থকা অনেক মানে অকস্মিতে সিবিলাকক গুলিয়াই ২৫ জন মানুহক গুলিয়ালে, সিবিলাকৰ ৫ জনৰ মৰান পাই মানে মুৰ কাটি নিলে; পাচে সেনবিলাকে উভতি আহিল। আহোঁতে কমদোৰ চাহবে পঁচা আৰু ২০০ মানুহ ডাপ জাহাজে সৈতে জোআ দেখি সিবিলাকক বাত্ৰা দিলে, পাচে সকলোএ একে লগে উভতি আহিল। আৰু পেগুত থকা সকলোকে মানে কাটি পেলালে, মানুহৰ মাজত এনে কোআ কুই কৰি আচিল। পাচে জেনৰল গদৱিনে ১২ ডিচেম্বৰত ১৫০০ সেনা লগত লৈ আপুনি পেগুৰ ফাললৈ গৈচিল, আৰু আন বাটে দি কৰ্নল স্তুৰ্ড চাহাবকে আদি কৰি ১২০০ সেনা সেনাপতি পঠালে।

পাচে বাত্ৰা আহিচে, পেগুৰ পৰা মেজৰ হিল চাহাবে মানক খেদালে, আৰু আন ঠাইতো কৰ্নল স্তুৰ্ড চাহাবেও সিইতৰ এমখাক পৰাজই কৰিলে।

প্ৰোম নগৰৰ পৰা ৩ ডিচেম্বৰলৈকে বাত্ৰা আহিচে। এজন কন্দৰ্কৰ চাহাবে মানৰ কোঁঠক চাবলৈ গৈ গচত উঠিলত মানে দেখি তাক বেৰি ধৰিলে; পাচে সেই চাহাব সিইতৰ হাতত পৰি একো খোআ বস্তু নে পাই অনেক সাস্তি খাই মৰিল।

বানাৰচ ৰিকৰ্দৰ সমাচাৰ পত্ৰত লিখিচে, মনিপুৰৰ স্ৰি জি বৰ লোকে মানে সৈতে আলচ কৰি কম্পানিৰ অহিতে দ্ৰোহ পাতিলে, সিইতক জুধ কৰিবলৈ ষ্টুঅৰ্ত চাহাবে চিলহটৰ কেতবিলাক চিপাহি আৰু কুকি নগা কেতবিলাকক লগত লৈ ৭ দিনৰ বাট গৈ মনিপুৰ নগৰ পালে। তাতে মনিপুৰৰ ৰজাই সাহ পাই জহিয়াই সৈতে বন কৰিবলৈ জুধ ধৰি সকলোকে পৰাজই কৰি খেদালে, আৰু যাই জহিয়া দুজন গামক ধৰিলে।

ডিচেম্বৰ মাহৰ ২। ৩ দিন জোআৰ পৰা কামৰূপ জিলাৰ গুআহাটি নগৰকে আদি কৰি সকলো গ্ৰামে গ্ৰামে বুঢ়া ডেকা লৰা তিনিও বিধ মানুহৰ দিনে ৰাতিএ গলা গোপা কৰে, এই মাৰ, আৰু চিংকৌ, ভোট আৰু

কলিতা, এইবিলাকে বন কৰি আচাম দেশ লবলৈ আহি ওদাল গুৰিতে আছে, পুহৰ পুৰ্ণিমাৰ দিনা যুধ হব; এই বুলি বহু বহু মানুহে ভাগি যাবলৈ ইচা কৰিচে, আৰু কেতবিলাক মানুহে অতি দুৰ্মূল্য কৰি নাও কিনি ঘাটত ৰাখি থৈচে, আৰু কোনোএ বস্তু নিবৰ নিমিত্তে কুলি ধৰিবলৈ চেষ্টা কৰিচে।

বৰ্ত্তমান মাহৰ ৮ তাৰিখত ৰাতি গুআহাটি নগৰত থকা স্ৰিযুক্ত বিচৰ চাহাবৰ বঙ্গলাৰ পোনে এই বন হাৰি আহিচে বুলি শুনি, বৰ ভই খাই ধুকুৰনিয়া গাঁৱৰ মানুহবিলাকে লৰাৰ পৰা বুঢ়ালৈকে আৰু কাপৰ কানিৰ টোপোলা বান্ধি লৈ লৰা লৰিকৈ নাৱত উঠা দি ভটিয়াই গৈ উমানন্দৰ পোনে বাণিত্তে ৰল। আৰু তাৰ নাও নাই কিয়া, সিহঁতে একো উপাই নে পাই পৰ্বতৰ মাজত সোমাই থাকিল। পাচে ৰাতি পুআ চাই একো নে দেখি বিস্মই মানি সেই ঠাইৰ পৰা আপোন ঘৰলৈ উভতি আহিল। পাচে সেই সময়ত বুৰি তিৰোতা মানুহ এজনিএ সেই বাত্ৰা পাই এন্ধাৰত থৰকৈ খোজ কাঢ়োতে পিচলি পৰি ঠেকালটি ভাগিল।

জি ভোটিয়া লোকে বন কৰিবলৈ আহিচে, সিহঁতৰ এজন খেহ বা তাতাৰ সেনাপতি আছে বুলি কই, আৰু গুআহাটিৰ পৰা শুনিচোঁ, সিবিলাকৰ সেনাবোৰ বৰ দিঘল মানুহ, ৬ হাত ওখ, আৰু সিহঁতৰ গোটেই গা লোৰ জাখৰেৰে ঢকা হৈচে। কিন্তু সেই কথা সঁচা নে মিচা আমি কব নোআৰোঁ; আৰু দেশত শুনিচোঁ, জি ফৌজ আহিল, সিহঁতৰ মাজত মাউৰ লাগি কিছু মানুহ মৰিল, পাচে সকলোবে ভই লাগি ভাগি গুচি গল।

গত নবেম্বৰ মাহৰ ৩০ দিনৰ মঙ্গল বাৰৰ ৰাতি পুঅতি নিশা গুআহাটি নগৰত থকা বৰ ফুকনৰ বৰ পুত্ৰৰ তিৰোতাই আপোনাৰ মাক বাপেকত আৰু স্বামিত বেজাৰ পাই দুই বচৰিয়া সুন্দৰ লৰা এটি এৰি উক্ত নগৰ নিবাসি এজন মচলমানৰ ঘৰ সোমাই তত খনতে মচলমানৰ ভাত খালে। আৰু লগত দুই জনি বান্দি গৈচিল, সেই বান্দিএ ভাত নে খাও বোলাত বলেৰে ধৰি মি ভাত খুআলে। সেই বিলয়ে লগত নিয়া স্বামিএকৰ বস্ত্ৰ অৰ্থাত অলঙ্কাৰ আৰু মানুহ তিনি জনিৰ ৬,০০০ চই হেজাৰ মান ৰুপৰ কৌজদাৰিত গোচৰ কৰিচে। পাচে জি হই, সম্বাদ লিখিম।

ডিচেম্বৰৰ ২ তাৰিখে কামৰুপ জিলাৰ অন্তৰ্গত ৰুহৰা মৌজাত চাৰি জন চাহাব থাকোতে ৰাতি এটা বৰ মাহিৱাল বাঘ পৰ্বতৰ পৰা আহি কাপৰৰ ঘৰৰ ওচৰে দি গৈ গাঁৱৰ এটা মানুহ বাহিৰলৈ ওলোআত তাক ধৰি পৰ্বতলৈ নিলে। পাচে ৰাতি পুআ তাৰ তিৰোতাই মোৰ স্বামি কলৈ গল, কি হল, এনে ভাবি বিআকুল হৈ বিচাৰি বিচাৰি, পাচে এজোপা গচৰ তলত তাৰ কাপৰ তেজেৰে ৰঙা হোআ পালে। পাচে চাহাবে স বিচাৰিবলৈ হাতি পঠালে, তাতে বাঘে মানুহ টনাৰ চিনে দি গৈ নদিৰ পাৰ হৈ জতে বাঘে মানুহ সুমালে, তাতে হাবিত তেজ লগা দেখিলে।

ডিচেম্বৰ মাহৰ ৭ তাৰিখত উত্তৰ গুআহাটিৰ বৰা দুআৰ নামে এখন গাঁৱত আন্দাজ ৯। ১০ ঘণ্টাৰ সময়ত অকস্মিতে জুই লাগি ১২। ১৩ টা মান ঘৰ পোৰাত সেই ঘৰবিলাকৰ মাজত ৮। ৯ টা মান ঘৰ পেৰা অনেক বস্তুএ সৈতে উঁগিয়াৰ নোঅৰাত হানি হল; কিন্তু প্ৰতি পেৰাতে আন্দাজ ৩০০। ৪০০ টকাৰ বস্ত্ৰ, অলঙ্কাৰ আদি সৈতে নষ্ট হোআত সেই লোক সকলে হাহাকাৰ কৰি কান্দিবলৈ ধৰিলে।

বাঘে ৰৰাই লগে চৰে,
লগ পালে কেৰে নেৰে।

ইয়াৰ অৰ্থ এই। পৰম ইস্বৰে মহ, বাঘ, ভালুক, সাপ, চেলা, আদি কৰি তালৈমাৰ হিংসা কৰা জন্তুবিলাকক সৃজিলে, সিহঁতক যদি দুখ দিএ, অৱশ্যে দুখৰ প্ৰতিফল পাব, কিন্তু আগেএ হিংসা ন কৰিলে, সিহঁতৰ পৰা প্ৰাই কেতিয়াও হিংসা কৰা ন হব।

ফ্ৰাঞ্চ আৰু ইংলণ্ডৰ মাজত সাগৰৰ পানিৰ তলে ইলেকট্ৰিক টেলেগ্ৰাফ জন্ত্ৰেৰে জি তাৰ অলপমান জোৰাতে গুনা চিগি গল, তাক নকৈ জোৰাই ভাল কৰি এতিয়া তাৰে তাক চলাইচে ।

আমেৰিকা দেসৰ প্ৰধান ৰাজ মন্ত্ৰি দানিএল ওএবষ্টৰ চাহাব ২৪ অক্টোবৰত আপোনাৰ ঘৰত মিত্যু হল ।

২ নবেম্বৰ তাৰিখত লণ্ডন নগৰত পহু গৰালৰ ৰখিয়াই কটিকা খাই প্ৰায়ে বলিয়া হৈ কেঁটি গোম সাপে সৈতে খেমালি কৰোঁতে সাপে কেঁট তুলি তাৰ নাকতে খোঁট মাৰিলে । তালেমান তেজ বৈ গৈ মানুহো মৰিল ।

লিবৰপুল নগৰৰ এজন বৰ লোকৰ নাক চিগিলত পাচে এদিন মগনিয়াৰ এজনি বুৰি তিৰোতাই বুলিলে, হে দেও, আপোনাৰ চকু ইস্বৰে ৰখা কৰোক;-এই দৰে দুই তিনি বাৰ কোৰাত তেঁও বেজাৰ পাই সুধিলে, কি কাৰনে এই দৰে কৈচ? মোৰ চকু ভালে আচে, গুচিবৰ একো সংসই নাই । তাতে তাই বুলিলে, তেও জদি গুচে, ৰিত চকু থবৰ ঠাই নাই ।

নুয়ৰ্ক নগৰত মহা দৰ্সনৰ এটা আৰ্চিৰ ৮ কুনিয়া ঘৰ সাজিবলৈ উপাই কৰিচে । প্ৰথম মেই তাৰিখত ঘৰ তৈয়াৰি কৰি এঁটাৰ বুলি কৈচে । তাৰ মাজ ডোখৰ ঘুৰনিয়া ৬৭ হাত বহলে হব; ওখই ১৯ হাত; তাৰ ওপৰ ডোখৰ পেৰেজনিৰ নিচিনা চাই ঠৈজিয়া গুন মাৰিৰ দৰে; ঠেঙ্গে পতি দিয়লে ১৯ হাত । সেই ঘৰ ৩। পুৰা মাটি ঢাকিব ।

মাৰ্গৰেট নামে এখন জাহাজ সাগৰত ঊাওতে এটা খৰগিয়া মাচে তাক লগ পাই তিমি মাচ বা আন সত্ৰু জেন বুজি, তাক ৰৰকৈ গৈ খোচাত তাৰ খৰগ কাঠৰ ভিতৰত এবেগত সোমাই চিগি বল, তেও সি খুঁচি খুঁচি থাকি জুখ নেৰিলে । সেই জাহাজ ৰাতিবৰ নিমিত্তে বম্বাই নগৰলৈ আনিলে ।

১৮৪৮ সঁকত চান ফ্ৰান্সিস্কো নগৰত শ্বেত লোকৰ মুঠা মাইকি এহাল মাথোন আচিল; ১৮৪৯ সঁকত ৮০০ মুনিহ ২ জনি তিৰোতা; ১৮৫০ সঁকত মুনিহ ৪০০০ মান, তিৰোতা ৭ জনি; ১৮৫১ সঁকত ৭,৫০০ মুনিহ আচিল; ১৮৫২ সঁকৰ আগষ্ট মাহত ২৭,০৫৮ মুনিহ আৰু ২০ জনি তিৰোতা আচিল; এই দৰে বচৰে বচৰে ক্ৰমে গৈ থাকে ।

সত্ৰুৰপি গুনাবাচ্চ্যা,
দোষাবাচ্চ্যা গুৰোৰপি;

অৰ্থাত গুৰুৰো দোস কব, আৰু সত্ৰুৰো গুন কব । ॥

## ফেবৰুআৰি, অৰ্থাত ফাগুনৰ পঞ্জি

**Almanac for February, A. D. 1853. Sal. Sac 1774.**

| ফেবৰুআৰি | মাঘ | বাৰ | তিথি | দিনমান | ফেবৰুআৰি | ফাগুন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৩ | ২৩ | ১০।৪৮ | ১৫ | ৫ | ৩ | ৭ | ১১।৭ |
| ২ | ২১ | ৪ | ২৪ | ১০।৪৯ | ১৬ | ৬ | ৪ | ৮ | ১১।৮ |
| ৩ | ২২ | ৫ | ২৫ | ১০।৫০ | ১৭ | ৭ | ৫ | ৯ | ১১।১০ |
| ৪ | ২৩ | ৬ | ২৬ | ১০।৫১ | ১৮ | ৮ | ৬ | ১০ | ১১।১১ |
| ৫ | ২৪ | ৭ | ২৭ | ১০।৫৩ | ১৯ | ৯ | ৭ | ১১ | ১১।১২ |
| ৬ | ২৫ | ১ | ২৮ | ১০।৫৪ | ২০ | ১০ | ১ | ১২ | ১১।১৪ |
| ৭ | ২৬ | ২ | ২৯ | ১০।৫৬ | ২১ | ১১ | ২ | ১৩ | ১১।১৫ |
| ৮ | ২৭ | ৩ | ৩০ | ১০।৫৮ | ২২ | ১২ | ৩ | ১৪ | ১১।১৭ |
| ৯ | ২৮ | ৪ | ১ | ১০।০ | ২৩ | ১৩ | ৪ | ১৫ | ১১।১৮ |
| ১০ | ২৯ | ৫ | ২ | ১০।১ | ২৪ | ১৪ | ৫ | ১৬ | ১১।১৯ |
| ১১ | ১ | ৬ | ৩ | ১১।২ | ২৫ | ১৫ | ৬ | ১৭ | ১১।২১ |
| ১২ | ২ | ৭ | ৪ | ১১।৪ | ২৬ | ১৬ | ৭ | ১৮ | ১১।২২ |
| ১৩ | ৩ | ১ | ৫ | ১১।৫ | ২৭ | ১৭ | ১ | ১৯ | ১১।২৪ |
| ১৪ | ৪ | ২ | ৬ | ১১।৬ | ২৮ | ১৮ | ২ | ২০ | ১১।২৬ |

এই অৰুনোদই গিয়ান ভণ্ডাৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপাখানাতে চাপা কৰা হৈচে । আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ টকহা ।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৮ বচৰ। মোং সিৱসাগৰ, জানুআৰি, ১৮৫৩। নম্বৰ ১।

VOL. VIII. SIBSAGOR: JANUARY, 1853. NO. I.

## নকৈ লোআ পেগু দেস।

The new Possessions in Burmah.

কম্পানিএ লোআ পেগু অতি পুৰনি দেস, আগেয়ে বৰ পৰাক্রমি আছিল। সিবিলাক মানৰ পৰা বেলেগ জাতি, আৰু ভাসাও বেলেগ। তাৰ পুবে স্যাম দেস, পচিমে মগ, উত্তৰে মান, দখিনে হিন্দু সাগৰ। ১৭৫৭ সঁকত আলমপৰা নামে পৰাক্রমি এজন মান ৰজাই সেই দেসক আক্রমন কৰি ৰাজ ধানি পেগু নগৰক নষ্ট কৰিলে। সেই নগৰৰ নিবাসি লোক ১,৫০,০০০ মানুহ আছিল। সেই নগৰৰ দু ভাগ আছিল; পুৰনি ভাগত ৰজাৰ আদি থেৰ টকৌ পাতেৰে চোআ ঘৰ আছিল; ত্রি ভাগ নতুন নগৰ বোলে, তাত ৰজা আৰু মন্ত্রি লোকৰ ঘৰ।

তাৰ চাৰিও ফালে সিলৰ গৰ আৰু খাৱৈ আছিল। মানুহে পাৰ হব নোআৰাকৈ সেই খাৱৈত ঘৰিয়াল পোহে। আৰু তাৰ পাচ খন



Picture of a Burman Kyoung, or Monastery.

সিদৰ দুৱাৰ আছিল; দুৱাৰৰ কাষত সোণেৰে ৰঙ্গোৱা অন দলবিলাকত অনেক ৰখিয়া থাকে। নতুন নগৰৰ মাজ তোৰণত ৰজাৰ ঘৰ অতি সুন্দৰ ৰূপে সজা হৈছিল। আৰু জেতিয়া আলমপৰাই নগৰ ধন নষ্ট কৰিলে, তেতিয়া মন্দিৰবিলাকক বান্ধিলে; সেই মন্দিৰৰ মাজত উত্তমটক ৰেমাদু বোলে; এতিয়াও নভগাকৈ জেনেই আছে। পোৰোহিতে বোলে সি ২০০০ বছৰৰ পুৰনি। সেই মঠ দুধাপ দেলানৰ ওপৰত সজা হৈছে; মঠ গোটা, কোকোলা ন হই। তলৰ দেলান দিঘে পথালিএ ৯২৭ হাত বহল, তাৰ ওখ ৭ হাত। দুতিয় দেলান ৪৫৬ হাত বহল; তাৰ ওখ ১৪ হাত. মঠ হলে ৮ কুনিয়া, গুৰিৰ ঘেৰ ৮৬৪ হাত। আটাইৰে ওপৰত এখান সোনৰ চত্ৰ, তাৰ ঘেৰ ৩৭ হাত, মাটিৰ পৰা ২৪০ হাত ওখ। চত্ৰৰ তলত যি অনেক ঘণ্টা অৰা হৈছে, সি বায়ুৰে দোঁআৰাই বাজি থাকে। দেলানৰ চাৰি চুকত তাদৰ মঠৰ নকচাৰে চাইটা সৰু মঠ আছে। কথলাৰ চাৰিও কাষে বোধৰ মূৰ্ত্তি অসংখ্য আছে।

প্ৰায় সকলো পকি দুৱাৰৰ দুই কাষে সিহঁতে দুৱাৰিৰ নিচিনা বাধ্যসৰ মূৰ্ত্তি থাকি থই, সেই মূৰ্ত্তিৰ নকচা ইয়াত লিখা আছে.



সি পিঠিত সত্ৰৰ উদাহিন থকা নাম ঘৰ লিখা আছে; ওপৰত সুন্দৰ ৰূপে কাঠত মূৰ্ত্তি কাটি লগাই দিএ। চাৰিও পোনে সিজ কলচি আদিৰে সজা হৈছে।

আগ্যা দিবৰ নিমিত্তে অধিকাৰে আলি বাটত কাঁহ মাৰিবলৈ মানুহক পঠাই দিএ। আমি এবেলি প্ৰোম নগৰত সাত্ৰ বিলাই দিওতে কোনো মানুহে জেন তাক ন লই, সেই আগ্যা নগৰৰ গৰাকিএ কাঁহ বজাৰ দোঁআৰাই বিবাসিৰ মাজত চলালে। পাচে উত্তি আহোঁতে এটা মানুহে সাত্ৰ যাৰে তোধৰ তোধৰকৈ কাটি বাটত পেলাই থোৱা আমি দেখিলোঁ।



পেগু দেশৰ লোকে এতিয়া মানৰ হাত মাৰি বৰ সন্তোষ পাই, কম্পানিয়ে প্ৰায় সকালাৰ ইঁচা আছে।



মুৰত কলহ লোৱা মান তিৰোতাৰ নকচা।



## ৰঙ্গপুৰ নগৰৰ বৰ্নন।

Poetical Description of Rongpur.

সবাৰো আগত মই কৰোঁ নিবেদন,
নিন্দা ন কৰিবা সুনি মোহোৰ বচন;
মন দিয়া সুনা সবে বচন আমাৰ,
ৰংপুৰ নগৰ কথা কৰিবো প্ৰচাৰ।
ওপৰৰ পৰা আহি আচাম নিৃপবৰ,
সি সবেও ভাল মতে সাজিলন্ত ঘৰ;
ৰংপুৰ নামে আচে নগৰ বিচখ্যান,
জাত প্ৰজাগনে খানি পাইচে বহু ধন।
কি কৰিবো আমি সবে তাহাৰ বৰ্নন,
বৰ বৰ পকি ঘৰ কৰিলে নিৰ্মান;
ৰজাৰ নিবাস ঘৰ অতি বিচখ্যান,
তাহাৰ ভিতৰে সুনি মেঘৰ গৰ্জন।
তলা তল ঘৰ সিতো অতি ভয়ঙ্কৰ
দেখিলে মাত্ৰকে মন মোহই নৰৰ;
তাহাৰ ভিতৰে দেখি ৰৰ অন্ধিয়াৰি,
পসিলে তাহাত জানা ওলাব নোআৰি।
এতিয়া হৈলন্ত তাত বহুত জংঘল,
তথাপিতো চালে চকু ৰুৰে জল মল।
আৰু এক গোটা আচে ৰঙ্গ ঘৰ নামে
তাত ৰঙ্গ কৰে পাত্ৰ মন্ত্ৰি ৰজা সমে;
তাৰ মাজে কোঠা কোঠা দেখিতে সুন্দৰ,
সি কাৰনে তাৰ নাম বোলে ৰঙ্গ ঘৰ।
এক গোট দল আচে দেখিতে সুন্দৰ,
দুৰ হন্তে দেখি তাক অতি ভয়ঙ্কৰ;
তাহাৰ ৰুপৰ আৰু নাহিকে উপমা,
ৰজা সমনিতে তাত খেলই ফাকুআ।
আৰু পকি ঘৰ দল আচই অনেক,
আমি মুৰ্খে তাৰ কথা কহিবো কতেক।
আচাম ৰজাই তাক নগৰ বোলই,
সি নগৰ ইংৰাজিএ জিলা নাম কই।

আৰু কিচু কহোঁ মই জিলা বিবৰন,
অল্প মন দিয়া সুনা তাহাৰ বৰ্নন।
তথাতে আচই এক দল বিচখ্যান,
দুৰ হৈতে দেখি জেন পৰ্বত সমান।
এক সত হস্ত মানে উস্ৰিত হৱই,
সোনাৰ কলচি এক ওপৰে আচই;
এক প্ৰহৰৰ পৰা তাক দেখা জাই,
জল মল কৰি সিতো কলচি জলই।
সিৱ নামে এক মুৰ্ত্তি তাহাৰ ভিতৰে,
ব্ৰাহ্মন সকলে তাত নিতে পুজা কৰে।
তাহাৰ বাৰত মুৰ্ত্তি আচই বিস্তৰ,
হাত ভৰি নাক কান দেখিতে সুন্দৰ।
তাৰ পুবে আচে এক বিষ্নুৰ মন্দিৰ,
পচিমতো দেবি দল দেখিতে সুন্দৰ।
পুখুৰি আচই তাত বিস্তৰ বহল,
তাহাৰ চাৰিও পাৰে সাজে বহু ঘৰ।
তাৰ মাজে ৰাজ হংস বহুত চৰই,
দেখিলে সবাৰো মনে সন্তোস মিলই।
পুবৰ পাৰত তাৰ পল্টন আচই,
দখিনে পচিমে চাহাবানে ঘৰ লই;
সি সব ঘৰক জিতো কৰিলে নিৰ্মান,
বৰ বুধিমন্ত সিতো ইংৰাজি সমান।
খেলন্ত চেটিয়া মই আহোম কুলত
সভতে বসতি কৰোঁ সিৱসাগৰত;
মই অল্প মতি দোস কৰিও মৰ্সন,
দয়াবামে পদ ৰচি কৰোঁ নিবেদন।



Coin of Queen Promotheswori, A. D. 1727.

## পাৰ্চি ৰজা আৰু বন্দি ।

**The King of Persia and his Slave.**

প্ৰুচিয়া দেসৰ ফ্ৰেদৰিক নামে পাচত স্বৰ্গি হোৱা ৰজাই এক দিনত টেকেলা মাতিবলৈ ঘণ্টা মাৰিলে; সি অহা নাই দেখি দুআৰ আপুনি মেলি টেকেলা সন্মাতে সুই থকা পালে। তাতে ৰজা বেজাৰ পাই, জগাব খোজাতে এটা মুৰিওৱা পত্ৰ তাৰ জোলোঙ্গাত দেখি, তাতে কি লিখা আছে, তাক চাবলৈ উচাহ মন হৈ উলিয়াই পাৰ্হিলে । সেই পত্ৰত এনে কথা বুজাইচে, আপোনাৰ মাকলৈ খাটনি ধন এক ভাগ পঠালত তাই বৰ উপকাৰ জেন জানি ইয়াকে জনাবলৈ আৰু পৰম ইস্বৰে পুত্ৰক আপোনাৰ মাকলৈ জি মৰম কৰিলে, তাৰ প্ৰতিফল আসিৰ্বাদ ৰুপে জেন দিব, এনে প্ৰাৰ্থনা পুত্ৰলৈ জনাবলৈ পত্ৰ লিখি পঠালে । তাতে ৰজা বৰ সন্তুষ্ট হৈ মনে মনে ভিতৰলৈ গৈ এক স টকা মান ধন আনি পত্ৰত খাম মাৰি জোলোঙ্গাত উভোতাই থলে; পাচে গুচি আহি দুআৰ জপাই ঘণ্টা আৰি টানকৈ মাৰিলে । তাতে টেকেলাই সাৰ পাই দুআৰ মেলি ভিতৰলৈ গৈ ৰজাৰ আগত থিয় হৈ থাকিল; তাতে ৰজা মাত লগাই কলে, তই টোপনিতে আছিলি । এনে কথা সুনি সি ভই কৰি বিয়াকুল হৈ আঁসোআহ কৰ খোজাতে অকস্মিতে হাত জোলোঙ্গাত সুমুআই ধন উলিয়ালে। তাতে বৰ বিস্মই মানি ভয়েৰে কলা হৈ ৰজালৈ চকু থিৰকৈ চাই থাকি এটা কথা কবৰ সক্তি নাই কিয়াত ৰবকৈ ক্ৰন্দন কৰিলে । ৰজাই বোলে, তোৰ কি হল, কেলেই কান্দিচ? টেকেলাই ৰজাৰ ভৰিত আপোনাক পেলাই বোলে, হাই হাই, মোৰ প্ৰভু, কোনোবাই মোক বিনাস কৰিব খোজে । এই ধন কৰ পৰা হল, বা মোৰ জোলোঙ্গাত কোনে থলে, মই কব নোআৰোঁ । ৰজাই উত্তৰ দি কলে, জি পৰম ইস্বৰে দান কৰিচে, তাকে সপোনতে দিচে; এই ধন তোৰ মাৰলৈ পঠাবি; আৰু তাইক মোৰ নামেৰে নমস্কাৰ কৰি বুলিবি, জিৱত মৰনলৈকে তাই আৰু তোক দুয়োকো মই প্ৰতিপালন কৰিম; এই কথা তোৰ মাৰলৈ পঠাবি ।

## এটা কপৌ আৰু মৌ মাখি ।

**Fable of the Dove and Bee**

এটা মৌ মাখি অতি পিয়াহেৰে ত্ত নাই কিয়াকৈ এখান নৈৰ পানি খাবলৈ গৈ পানিৰ মাজতে পৰিলে; আৰু পানিৰ বৰ সোঁত আছিল, সেই নৈৰ সোঁততে উটি গল । ইতি মধ্যে এটা কুপৌ চৰায়ে মৌ মাখিক আপদত পৰা দেখি, নৈৰ কোথৰতে এজোপা গচ আছিলে, তাৰ ডাল পানিলৈ নমাই দিলে, সেই ডাল গাত লগাতে মৌ মাখিএ সেই কুপৌ চৰাইৰ দোআৰাই প্ৰান ৰখা পালে । কিচু মান দিনৰ পাচতে কপৌ চৰাই এটা বিয়াধৰ জালতে পৰিল, আৰু বিয়াধে জাল জৰি টানিচে, এনে কালতে মৌ মাখিএ দেখিলে, তাক ৰখা কুপৌ আপদত পৰি আছে; তাতে ভেতিখনে বিয়াধক হুলেৰে বিন্ধিলে । বিয়াধে হুলে ফুটাতে তাৰ বিসে বৰ পিৰা পাই, জাল জৰি এৰি দিলে, আৰু কুপৌএ ৰখা পালে ।

### ইয়াৰ অৰ্থ এই ।

পৰৰ উপকাৰ কৰাত আপোনাৰ কুসল সঁচা হই; এতেকে সৰু বৰ সবাৰে জাৰ জি কৰিলে হিত হই, সেই মতে উপকাৰ কৰা মনুস্যৰ আৱস্যক ।



# তিৰ্থৰ জাত্ৰা ।

**Wanderings of a Pilgrim—Concluded.**

## ৯ আধ্যা ।

## দ্বাৰিকাৰ বিৱৰন ।

### পয়াৰ ।

সাগৰ মাজত তিৰ্থ আচন্ত দ্বাৰিকা,
ক্রিষ্ণ মূৰ্তি সমে তাত লগত ৰাধিকা;
মহা ভাৰতত তাৰ আচই কাহিনি,
ক্রিতিলন্ত ক্রিষ্ণে লৈই সোলে স গোপিনি,
সত্য ভামা আদি কৰি ক্রিষ্ণৰ ৰমনি
ৰসুদেৱ পিতা আৰু দৈৱকি জননি ।
অসম্ভৱ কথা সব ন হৈ সত্য বানি,
সাখ্যাতে দেখিলোঁ মই নয়নে আপুনি ।
পূৰ্ব্ব কালে এই কথা লিখে মুনিগন,
মই জি দেখিলোঁ তাৰ সুনা বিৱৰন ।
ইটাৰে সাজিচে গৰ অতি বিচখ্যন,
নগৰে কৰিচে তাৰ দেখোঁতে সোভন ।
জাহাজত চৰি জাই লোক নানা বৰ্ন,
মন্দিৰ ওপৰে দেখি কলচি সুবৰ্ন ।
নানা বাদ্য ৰাই তাত অতি চমতকাৰ,
তাক সুনি সঙ্কা লাগে সন্যাসি সবাৰ ।
দিৰ্ঘ কোট মাথে জঁট সন্যাসি ৰামাত
হেজাৰে হেজাৰে জাই লোক অসংখ্যাত ।
মহা ৰঙ্গে গৈই প্রৱেসিলোঁ নগৰত
সেই বেলা কুঞ্জ বাসি হলহি উপগত,
বৰসত ত্রিচ মান আন্দাজে হোৱই,
মুখে ৰাম নাম সিতো সততে ৰৱই ।
নাৰি হই তাৰা সব জাতিত বৈষ্ণৱ,
গলত কাঠৰ মালা, মুখে কৰে স্তৱ;
গোবিন্দ গোপাল ৰাম স্রি মধু সুদন,
নৱঘন স্যাম ৰূপ দৈৱকি নন্দন;
হাঁ ক্রিষ্ণ কমলাকান্ত অগতিৰ গতি,
মদন মোহন কানু সত্য ভ্রামা পতি ।
এহি সব নাম লৈ তাকে ঘনে ঘন,
কপটি কপট কৰে লাভৰ কাৰন ।
ব্রিন্দাবনে জেই ৰূপে কৰে বেৰহাৰ,
সেহি মতে ইখানতো চৰিত্র সবাৰ ।
হাঁসিয়া হাঁসিয়া আহি কৰে প্রবোধন,
গোঁসাই গোঁসাই বুলি নমো নাৰায়ন ।
অনন্তৰে সব কথা কৰিলে জিগ্যাস,
কৈৰ পৰা আহি আচা, কোন খানে বাস?
নিজ বিৱৰন কথা সোধে হাঁসি হাঁসি,
ধনৰ আসাতে মধু বচনে আস্বাসি ।
চই টকা মাত্র দিলে কৰাবো দৰ্সন,
বাহুত দিয়াবো চাব অতি সুসুভন ।
তিৰ্থত জানিবা এহি সব মহা ধৰ্ম্ম,
বৈকুণ্ঠক জোৱা জদি কৰা এহি কৰ্ম্ম ।
সুনি এনে বাক্য মোৰ জন্মিল বিস্মই,
তিৰ্থ খানে আহিৰৰ এহি ফল হই ।
জেই মতে দেখি আচোঁ, সুনা বিৱৰন,
মনত ভাবিলে হই সৰিল কম্পন ।
তিনি খানে তিনি অগ্নি কুণ্ড আচে জ্বলি,
তাহাৰ ওচৰে জত পাচিমা বঙ্গালি,
সোনাৰ মোহৰ এক অগ্নিত জলাই
জাত্রিৰ বাহুত দিএ তাহাক লগাই;
পাঁচ কিবা নৱ নতু দ্বাদস মাখোন
তাত পৰে বৰ্হা চুতা ন হৈ সৰ্বখ্যন ।
এহি মতে জাত্রিগন কৰে বাহু দগ্ধ,
তাক দেখি মনে ভই লাগিল প্রবন্ধ ।
ভয়ত সৰিল কঁপে তথাপি নেৰই,
এহি মতে এধা পোৱা বলেৰে কৰই ।
হাতে পাৰে জৰিএৰে বান্ধে টান কৰি,
আৰু চাৰি পাঁচ চাৰ দিএ সিন্ধু ধৰি ।
তাহাৰ তাপত সৰে কৰে চট ফট,
তথাপিতো নেৰে চাৰ দিএ পটা পট ।
নিস্বাস নিৰোধ হৈই বৰ দুখ পাই,
কেৰে বোলে, বাপ মোৰ প্রান মৰি জাই:
মিনতি বচন বোলে এবাৰ হেতুৰে,
মহা ক্রোধে চাপাদাৰে মুখে লাঠি মাৰে,
ক্রন্দন কৰিলে গালে মুখে মাৰে চৰ,
অগ্নিৰ তাপত গাৰ কৰে খৰ ফৰ ।
আধা পোৱা কৰি তামম্বাক দিএ এৰি,
মৰিলোঁ বুলি পৰই মাটিত বাগৰি,
মহা দুখে ফুৰে সৰে নিস্বাস ফুকাৰি,
তাক দেখি ভয়ে মোৰ প্রান গৈল উৰি ।
এহি মতে মনে গুনি কৰিলোঁহো সাৰ,
আধা পোৱা হলে ন খণ্ডিৰ পাপ তাৰ;
মিচাতে তাবলা কৰি ইখানে আহিলোঁ,

বাহুত এহি কাৰনে চাৰ ন লগালোঁ ।
জি হেতুক চাৰ লগে বৰ দুখ হৰ,
বিকাৰ কৰিলে মোক কদাচো নেৰিব ।
এহি হেতু সেই কাৰ্জে কৰিলোঁ বিমুখ,
চাৰ লোআ সন্যাসিৰ দেখি বহু দুখ ।
কাৰো ঘাৰে লাগে পোক গেলি পচি জাই,
পাপ খেমা হওক চাবি এহি ফল পাই;
ঘাৰৰ দুৰ্গন্ধে তাক কেৱে নেদে থান,
সেহি জন সঙ্গে কোনো ন কই কথন ।
নোআৰে মাগিব ভিখ্যা গ্রিহস্থৰ ঘৰে,
ভিখ্যা দিব চাবি তাক দুৰ দুৰ কৰে ।
আহাৰৰ হেতু তাৰ সৰিল সুকাই,
সেহি থান এৰি অন্য দেসে গুচি জাই,
অনাহাৰে তাসম্বাৰ প্রান মৰি জাই,
সগুনে স্রিগালে তাসম্বাৰ মাংস খাই ।
এহি ৰুপে হিন্দু লোকে কৰে জত স্রম,
অল্প মাত্র লিখি আচোঁ তাসাত অচম ।

দুলৰি ।

দেখি এহি ৰিতি চিন্তা ভৈল অতি
বাহুত নি দিলোঁ চাপ,
এনে জাত্রি দুখে বাক্য নাহি মুখে
মনত জন্মে সন্তাপ ।
বুজি বন্ধুগন ধৰ্ম্ম সৰ্বধান
কৰাহা তাৰ বিচাৰ,
ভাবি বহু ধন জাচি নিজ প্রান
তিৰ্থ থানে এহি সাৰ ।
হাই, হাই, হাই, এনে অভিপ্রাই
মিচাতে মনৰ ভ্রান্তি,
আচোক তৰিব, নৰকে পৰিব,
পাপৰো ন হৰ সান্তি ।
অন বস্ত্র জত দি আচে সাধ্যাত
ইশ্বৰে কৰি পালন,
এহি অভিপ্রাই সুনা বন্ধু ভাই,
ইশ্বৰতে ভজা মন ।
চাউল, চেনি, কলা, কিবা ফুল মালা,
আৰু দধি দুগ্ধ হই,
ইসৰ দ্রব্যত হোম জগ্য জত
ইশ্বৰে তাক নে চাই ।
সৰিলৰ দুখ অসেস বিসেস,
তাহাতো ন হই ইষ্ট,

মনুস্যৰ মন হলে পালটন
তাতেহে ইশ্বৰ তুষ্ট ।
আৰু বাৰ সুন, মোৰ নিবেদন,
বিনই কৰা গ্রহন,
এৰি পাপ মতি বিশ্বাসতে মতি
য়িচু চৰনে দি মন ।
তেঁও আত্মা ৰুপি জগতে বিয়াপি
আচে অন্তৰ্জামি হৈই,
জেনুআ উচিত ভাই সেই মত
ভজিও বিশ্বাসি হৈই ।
সৰ্ব থান মাজে য়িচু খ্রিষ্ট বাজে
আত পৰে নাহি কোন,
আত্মা ৰুপ ভেসি তেঁৱে থাকে দেখি
নিত্যানন্দ নিৰঞ্জন ।
কায় বাক্য মনে প্রভুৰ চৰনে
মহা প্রেম ভক্তি ভাৱে,
য়িচুত ভজিলে, মন পালটালে,
অনায়াসে মুক্তি পাৱে ।
য়িচু দায়ামই নিস্তাৰ কৰই
দোৰ্জোৰ পাপক জিনি,
তেঁওত বিশ্বাস কৰা অহনিস
বুজিয়া সাস্ত্রৰ বানি ।
নাহি অন্য আৰ পাপৰ উধাৰ
আমাক কৰিব ত্রান,
পাপি লোক হেতু জগতৰ সেতু
প্রভু য়িচু দিলে প্রান ।
ত্রানৰ উপাই চিন্তি সৰ্বদাই,
কৰিলা স্বৰ্গে গমন,
সত্য কথা এই জানিবা নিচই,
সাস্ত্রৰ এহি বচন ।
সিস্যক পাচিলা এই আগ্যা দিলা,
সৰ্ব দেসে চলি জাবা,
সকলো প্রানিত সুভ বাত্রা জত
মন্ত্র তাৱে বুজাইবা;
তাতে জেই জন পালটাই মন,
স্নোহোত কৰে বিশ্বাস,
অনন্ত জিৱন পাব সেহি জন,
অথই সুখত বাস ।
ওহে প্রিয় গন সুনা নিবেদন
পৰকালে ৰখ্যা হেতু,

হেই সচেতন কবিও গ্রহন,
বিস্বাসেরে বান্ধা সেতু।

১০ অধ্যা।

কালি ঘাটর বিবরন।

পদ।

পুর্বে লিখা তির্থ ভুমি সকল
স্রম মাত্র পালোঁ নাহিকে ফল,
ব্রেথাতে ফুরিলোঁ দুখিত অতি
সুনি কালি ঘাট পাইলোঁ ত্রিপ্তি;
বুলিলে মোহোক এক সন্যাসি,
মন্ত্র পর্হাহি কালি ঘাটে আসি,
খণ্ডন কবির সকলো পাপ,
মনবো গুচির সর্ব সন্তাপ।
জানিবা মনে সেহি মহা তির্থ,
নাম অতি খিয়াত কালির ঘাট,
পতিত তথা গতি পদাজুল,
তাতে কালি মুর্তি ভৈরব নকুল।
কলি কালে কালি আছে চেতন,
মনর বাঞ্চা করই সাধন।
এহি বাক্য সুনি প্রফুল মন,
ম্রিত্যু দেহে জেন পুনর জিরন।
আনন্দে চলিলোঁ কালি দর্সন,
সদা কালি নাম মুখে বচন,
উঠোঁতে বহোঁতে সততে কালি,
জেন মধু লোভে গোঞ্জরে অলি।
পথে পথে সুনি কালি মহাত্মা,
জানিলোঁ তরির মোহোর আত্মা।
অতি সিঘ্রে আহি সেই নগরে,
উপস্থিত হলোঁ কালির পুরে;
বিধি মতে তার সেরা কবিলোঁ,
কষ্ট মাত্র মোর কিছু নে পালোঁ।
এই হেতু তাক ন করোঁ বর্ননা,
মিনতি করোঁ, সুনা বন্ধুগন,
এনে মিচা ধর্মে সুব বিফল,
নু গুচে মনবো পাপর মল,
কিন্তু খেনে খেনে বাঢ়িব পাপ,
সেসতো ভুঞ্জিব নরক তাপ।
এই হেতু বন্ধু চেতন হোআ,
সত্য বিচারি মুক্তি ধন লোআ;
খ্রিচ্টু খ্রিষ্ট বিনে তিনি ভুবনে
ত্রান আছে বুলি নু সুনি কানে।
তরিও খ্রিষ্টক মুক্তির হেতু,
তেঁরেহে জানা এহি তর সেতু।

তির্থ বিবরন বচনা কবা সন্যাসিএ সেসত সত্য ধরম লোআ।

লেচারি।

অকার্যে নিয়ালোঁ সর্ব দিন,
নু গুচিলে মোর পাপি মন,
তথাপি থাকিচে মনত পাপর ভার;
হিন্দু সাস্ত্রর বিধান জত,
সত্য মিচার নু বুজ্জি তত্ত্ব,
মিচাতে ভ্রমিলোঁ করি তির্থ বেবহার।
বিফল জানি তাক ত্যাগিলোঁ,
সত্য ধর্মগ্রন্থ পাচে পালোঁ,
তাহাতে দেখিলোঁ ত্রানর সত্য উপাই;
পর্হি তার বাক্য অদভুত,
খ্রিচ্টু প্রভু ইস্বরর সুত
পাপিক তারনে জগতে দিলে পঠাই।
মনুস্যর কাই প্রভু ধরি,
অতি স্রমে দেসে ফুরি ফুরি,
কির্ত্তন করিলে সুভ বাত্রার বচন;
নানা আচরিত কর্ম জত
কবিলন্ত প্রভু সত সত,
কোনে করিবন্ত তার সিমার বর্নন?
পাপর প্রাচিত্ত করি দান,
উচর্গিলে প্রভু নিজ প্রান,
পুনরপি প্রান ললে করি ম্রিত্যু জই;
সেই প্রভু খ্রিষ্টর মরন
হই সর্ব পাপর মোচন,
বিস্বাসিলে তেঁওত গুচির ম্রিত্যুবো ভই।
করি ধর্ম সাস্ত্রর বিচার,
তাতে পালোঁহো মুক্তির সার,
খ্রিষ্ট বিনে তাই, নাহিকে পাপ নাসন।
এই হেতু বোলোঁ, সুনা বাপ,
বিচরে খ্রিষ্টত নাস পাপ,

জানি ধৰিয়োক আস্তুই তেঁওৰ চৰন।
নে খেদাৰা কাল হেলা কাজে,
মিত্যু চাপি আচে যাৰ বাজে,
নিচয়ে তোমাক সিএহে কৰিব গ্রাস;
এই হেতু সত্য ধৰ্ম্ম ধৰি
পাপ মতি সকলোকে এৰি,
খ্রিচ্চত বিশ্বাস কৰি পোআ স্বৰ্গ বাস।

---

এই তিৰ্থ বিবৰন পৰ্হা লোকবৈ লিখকে মিনতি কৰি জনাইচোঁ। তোমোলাকে আদিৰে পৰা জি জি তিৰ্থৰ বিবৰন পৰ্হিলা, তাত বাহিৰে ব্রিন্দাবনকে আদি গঙ্গা সাগৰলৈকে চাৰি পাঁচ তিৰ্থৰ বিবৰন লিখি প্রকাস কৰিবলৈ ন হল, কিয়নো এতিয়া জিবোৰ তিৰ্থৰ বিবৰন তোমোলাকৰ আগত প্রকাস কৰিলোঁ, ইয়াৰে সৈতে সেস থকা তিৰ্থৰ কথাও প্রাই একে, সেই কাৰনে লিখকে তাক প্রকাস কৰিবলৈ উচিত নে দেখিলে। আৰু জিবোৰৰ বিবৰন প্রকাস কৰা হল, তাকো লিখিবলৈ মোৰ অতি ইচা নাচিল; কিয়নো তাৰ ভিতৰত হিন্দু আৰু ব্রাহ্মন লোকৰ অনেক অনুচিত কৰম প্রকাস হোআত আমি নিন্দা কৰিচোঁ বুলি লোকে বুজিব। কিন্তু এই কথাৰ কাৰনে বাধা হলেও মোৰ গাত সেই জগৰ ন পৰে, কাৰন মই জি জি পাইচোঁ তাকেহে লিখিচোঁ, আৰু মোৰ লিখাৰ ভিতৰত জদি নিন্দা ৰুপ কথাও আচে, তাক মই আপুনি ৰচনা কৰা ন ইও; পূৰ্ব্বে জি সন্যাসিএ তিৰ্থ ভ্রমন কৰি জি দেখিলে, তাকেহে তেঁৱো ৰচনা কৰি প্রকাস কৰিলে। এই হেতুকে মই কাকো নিন্দা কৰিচোঁ বা কৰিবলৈ ইচা আচে, এনে ন হই। কিন্তু প্রিয় সকল, তোমোলাকে আৰু তোমোলাকৰ উপৰি পুৰুসবিলাকেও জিবোৰ ভুল ভ্রান্তিত আস্তুই কৰি আপোনাৰ জিৱাত্মাৰ অনন্ত বিনাস কৰিচা, সেই ভুল আৰু অন্ধৰুপ পথ এৰি জেন সত্য মুক্তি দিয়া পথত আস্তুই কৰি তোমোলাক প্রতি জনে অনন্ত পৰম আনুস পোআ, এই নিমিতেহে অতি জতনেৰে ওপৰে লিখা তিৰ্থৰ বিবৰনবোৰ মই প্রকাস কৰিলোঁ। পদ তাৰে ৰচনা কৰা অতি কঠিন, কেৱল পণ্ডিত লোকেহে তাক কৰিবৰ সমৰ্থ হই; এই হেতুকে জদি তাৰ ভিতৰত কোনো অসুধ কথা আচে, তাত দোস ন ধৰিব।

সেসতে পৰ্হা লোক সকল, তোমোলাকে জি পৰ্হা, তাক মনেৰে ভাবিলেহে কিচু বুজিব পাৰিবা। এতেকে তোমোলাকে পৰিত্রান পাম বুলি জিবিলাকত ভাৰসা কৰিচা, সেইবিলাক কেনে, আৰু সিবিলাকে তোমোলাকক পৰিত্রান কৰিব পাৰে নে নোআৰে, তাকে মনত বিবেচনা কৰি দেখা; আৰু জি ভুল তাকে তিয়াগ কৰি সত্য ত্রান কৰ্ত্তা জি প্রভু অনাথ পাপিবিলাকৰ গতি দিঁওতা খ্রিচ্চু খ্রিষ্ট, তেঁওৰ অমূল্য প্রাচিত্ত ভাৰসা কৰি পৰম আনুস বিচাৰ কৰা। এয়ে মোৰ অতি বাঞ্ছা আৰু ইশ্বৰলৈকো সততে প্রাৰ্থনা। ময়ো তোমোলাকৰ দৰে সেই ৰুপ ভুলত আচিলোঁ, কিন্তু এতিয়া দায়াময় ইশ্বৰৰ অনন্ত ক্রিপাৰ দোআৰাই প্রভু খ্রিচ্চু খ্রিষ্ট জে জগতৰ পাপ নিঁওতা স্বৰুপ ত্রান কৰ্ত্তা হই, তাকে জানি তেঁওৰ পৰিত্রানত ভাৰসা কৰিলোঁ। আৰু তেঁওত বাজে পাপি লোকৰ পৰিত্রান জে হোতো নাই, তাকে নিচয়ে জানি, হে প্রিয় সকল, তোমোলাকক বিনই কৰিচোঁ, তোমোলাকে সকলো মিচা ভাৰসা এৰি জগতৰে ত্রান কৰ্ত্তা জনত বিশ্বাস কৰা, তেহে অনন্ত মুকুতি পাবা। তেঁও তোমোলাকক প্রেম কৰি আপোনাৰ নিজ প্রানকে বলি ৰুপে উচৰগ কৰিলে। তোমোলাকৰ আৰু আমাৰো আৰু জগত ধনৰো পাপৰ ভাৰ তেঁওৰ ওপৰত পৰিল। সেই পাপ ভোগোঁতে তেঁওৰ ঘামো ৰব ৰব তেজৰ টোপা হৈ মাটিত পৰিচিল। এই হেতুকে তেঁওৰ দুখ ভোগ সুঁৱৰি, হে প্রিয় বন্ধুগন, তেঁওৰ মহা প্রাচিত্ত আস্তুই কৰাহি। তেঁৱে অতি দায়ালু হোআত আপোনাত আস্তুই কৰা সকলোকে অসেস পৰম সুখ দিব। ইয়াকে তোমোলাকত মিনতি কৰি জনালোঁ।

ন. স. ক.

## য়োচেফ, আৰু ৰজাৰ বাটি লোআ, আৰু চাঙ্গমাই।

**Lesson XIV.—Joseph, or the Butler and Baker.**

পোতিফৰৰ ঘৰত জি বন্দি সাল আছিল, তালৈকে এদিনা তেঁও দুটা মানুহ আনি দি য়োচেফক কলে, এই দুটা মানুহক মই তোমাৰ হাতত সোধাই দিচোঁ, আৰু ইইত যেন বন্দি সালৰ পৰা ওলাই নে জাই, এই নিমিত্তে তুমি বৰ সাৱধান হৈ থাকিবা। এই ৰূপে তুমি দেখিচা, জে পোতিফৰে য়োচেফক এতিয়াও বিস্বাসি বুলি ভাবিচিল, জি ৰূপে তেঁওক এবেলি বেয়া বুলি ভাবিচিলে, সেই ৰূপ ৰোচেফ ন হই বুলি জানিলে; তেও য়োচেফক বন্দি সালৰ পৰা মুকলি ন কৰিলে।

জি কেইটা মানুহক পোতিফৰে য়োচেফলৈ আনিচিলে, সেই কেইটা কাৰ মানুহ, তাক কম। সিইত মিচৰ দেসৰ ৰজাৰ চাকৰ আছিল, মিচৰ দেসৰ ৰজাৰ চাকৰি কাম কৰিবৰ নিমিত্তে অনেক অনেক মানুহ আছিল। সিইতৰ মাজৰ বাটি লোআ নামেৰে এটাই সদাই ৰজাক বাটিত লতা পনিয়ালৰ ৰস আনি পিবলৈ দিএ। আৰু চাঙ্গমাই নামেৰে অন্য এটাই তেঁওক ভোজ ভাজি আনি খাবলৈ দিএহি। এই দুইটাই তেঁওক দোস কৰিলে, তাতে ৰজাই বৰ খঙ কৰি সিইতক বন্দি সালত থোআ হব বুলি কলে, কিন্তু সিইতে তেঁওৰ কি দোস কৰিচিল, তাক মই নে জানোঁ; এই নিমিত্তে ৰজাই প্ৰধান সেনাপতি পোতিফৰক কলে, এই মানুহ দুটাক বন্দি সালত ৰাখি থোআ।

তেতিয়া পোতিফৰে সিইতক য়োচেফলৈ আনি সাৱধানে ৰাখিবলৈ কলে। য়োচেফে সিইত দুইকো একে খোটালিতে বন্ধন কৰি নিতৌ নিতৌ আহাৰ পানি দি তালকৈ চাই আছিল।

পাচে এদিনা ৰাতি পুৱাত য়োচেফে সিইতক চাবলৈ আহি, সিইতৰ মুখ নিৰানন্দ হৈ থকা দেখি সুধিলে, তোমোলাকে আজি কি কাৰনে ইমান নিৰানন্দিত হৈচা?

তেতিয়া সিইতে উতৰ কৰি কলে, আজি ৰাতি আমি দুয়ো দুটা বৰ আচৰিত সপোন দেখিলোঁ, আৰু তাৰ অৰ্থ আমাক বুজাই দিবলৈ ইয়াত কোনো নাই, কিয়নো তাৰ কিবা অৰ্থ আচে, ইয়াক আমি বুজিচোঁ।

তাতে য়োচেফে সিইতত কলে, কোনো মানুহে তাৰ অৰ্থ তোমোলাকক বুজাই দিবলৈ ইয়াত ন হলেও তেও মোৰ ইস্বৰে সকলোকে জানে; তোমোলাকে মোত কোআ মাথোন, তেঁও মোক তাৰ অৰ্থ বুজাই দিব।

তেতিয়া বাটি ধৰাটোএ প্ৰথমতে তাৰ আপোনাৰ সপোনৰ কথা য়োচেফত কলে, বোলে, মোৰ সপোনত ইয়াকে দেখিলোঁ। এজোপা লতা পনিয়লৰ গচ মোৰ আগতে আছিল, আৰু তাৰে তিনটা ডালো আছিলে, কিন্তু তাত গুটি নাই, পাচে চাই থাকোঁতেই সৰু সৰু কলি হোআ দেখিলো, আৰু এই দৰে থোপাই থোপাই গুটি লাগি পৰিল। তেতিয়া মই তাকে চিঙ্গি লৈ এটা বাটিত চেপি লতা পনিয়লৰ ৰস কৰি আগৰ দৰেই ৰজাক পিবলৈ দিলোঁগৈ।

বাটি ধৰাটে এই সপোন দেখিলে, আৰু তাৰ অৰ্থ ইস্বৰে য়োচেফক বুজাই দিয়াত, য়োচেফে কলে, তুমি জি তিনটা ডাল দেখিসা সেয়েই তিন দিন, আৰু তিন দিনৰ ভিতৰত ৰজাই তোমাক মতাই নি আৰুও তোমাৰ আগৰ বিসয়কে দিব।

তেতিয়া চাঙ্গমায়ে তাৰ সপোনৰ এনে চিকন অৰ্থ সুনি, মোৰ সমাজিকৰো চিকন অৰ্থ হব, এই বুলি ভাবি সি কলে, বোলে, ময়ো এটা সপোন দেখিলোঁ, মোৰ মুৰৰ ওপৰত তিনটা বগা খৰাহি এটাৰ ওপৰত এটা, এই দৰে তিনিওটাকে মই লৈ আছিচিলো। আৰু সেই খৰাহিবোৰতে ভজা মঙহ আছিল, পাচে চৰাইবোৰ আহি মোৰ মুৰৰ ওপৰৰ খৰাহিটোৰ পৰা নি খালে।

চাঙ্গমায়ে এই দৰে য়োচেফে কৰ বুলি ভা-

বিচিলে, যে তিন দিনৰ মূৰত ৰজাই তোমাক আৰও চাঙ্গমাই হৰলৈ মাতি নিব । কিন্তু সি এই সপোনৰ ৰৰ নিৰানন্দৰ অৰ্থ আচে বুলি ন জনা হেতুকে এই ৰূপে ভাবিচিল ।

তেতিয়া য়োচেফে কলে, বোলে, তিন দিনৰ মাজত তোমালৈ কিবা ঘটিব, অৰ্থাত ৰজাই তোমাক মতাই নি গচত কাঁচি দিব, আৰু তাতে চৰাইবোৰে আহি তোমাৰ সৰিলৰ হাৰৰ পৰা তোমাৰ মঙ্গহ খাব ।

এই ৰূপে ৰৰ বাটি ধৰাটে য়োচেফে তাৰ সপোনৰ চিকন অৰ্থ কোআ সুনি ৰৰ সন্তোস পালে, কিন্তু দুখিতা চাঙ্গমায়ে মৰিব লাগিব বুলি জানি ৰৰ অসন্তোস কৰিলে ।

য়োচেফে বাটি ধৰাক কিচু অনুগ্ৰহ খুজিবলৈ আচিল, সেয়ে কি, তাক তোমোলাকে অনুমানেৰেই জানিব পাৰা । য়োচেফে কলে, বোলে, জেতিয়া তুমি মিচৰ দেসৰ ৰজাক সতা পনিয়লৰ ৰস পিৰলৈ দি থাকা, তেতিয়া মোৰ কথা তুমি ৰজাৰ আগত কিচুমান কবা নে? মই এই বন্দি সালত পৰি কোনো ৰূপে ওলাব নোআৰাকৈ আচোঁ, ইয়াকে তুমি কবা । আগেএ এবেলি মই দূৰ দেসত থাকি, ইয়ালৈ চুৰ কৰি অনা হলোঁ, আৰু মই বন্দি হোআ তাৰ লৰলৈও, এনে একো জাৰ কৰা নাই, তথাপিও মই এই বন্দি সালতে এতিয়া বন্দি হৈ আচোঁ । অনুগ্ৰহ কৰি মোক মুকলি কৰিবৰ নিমিত্তে ৰজাৰ আগত নিবেদন কৰিবা ।

দেখা, ভায়েকবিলাকে য়োচেফক বেচোত জি পালে, তাকে তেঁও কাৰো আগত একো কোআ নাই ।

পাচে তিন দিনৰ দিনা ৰজাই মানুহ পঠাই বাটি ধৰাকে আৰু চাঙ্গমাইকে মতাই অনালে, আৰু সেই দিনাই ৰজাৰ ওপজা দিন হোআ হেতুকে তেঁও আপোনাৰ বন্দিবিলাকৰ ভোজ পাতিলে, আৰু তেঁওৰ বাটি ধৰা আৰু চাঙ্গমাইকে মনত পৰাত, তেঁও কলে, ৰৰ বাটি ধৰাক মোলৈ ওলোটাই আনিবা, কিন্তু চাঙ্গমাইক কাঁটি দিয়াগৈ; কিয়নো মই তাক খেমা ন কৰোঁ । এই নিমিত্তে য়োচেফে কোআৰ দৰে হোআত সিইতে জানিলে, জে য়োচেফে ৰূপ কলে ।

কিন্তু বাটি ধৰাটো জেতিয়া ৰজাৰ আগত হল, তেতিয়া য়োচেফৰ নিবেদন তাৰ মনত পৰিচিল নে? নাই পৰা, কিন্তু তেঁওক পাহৰিলে । সি ৰজাৰ ঘৰৰ সুন্দৰ সুন্দৰ খোআ পিয়া, ধন, কাপৰ কানি দেখি ভাবি থকাত, য়োচেক জে বন্দি সালতে পৰি আচে, ইয়ালৈ তাৰ মনতেই নাই, পাহৰিলে, মই এনে ভাবিচোঁ । বাটি ধৰাটো তেঁওলৈ নিৰ্দয়া-লুতকৈ বেয়া, কিয়নো সি উপকাৰ ন মনা হৈচিলে । য়োচেক হলে তালৈ দায়ালু আচিল, কিন্তু তেঁওৰ প্ৰতি দায়া ন কৰিলে; এই নিমিত্তে মই তাক উপকাৰ ন মনা বুলিচোঁ । অনেক অনেক লৰা চোআলিবোৰক সিইতৰ মাক বাপেকে সকতে জি মৰম কৰি তুলিলে, সেই পিত্ৰি মাত্ৰিৰ উপকাৰ সিইতে নে মানে, আৰু প্ৰাই সকলো মানুহবিলাকেও ইশ্বৰৰ উপকাৰ নে মানে, কিয়নো তেঁও পেৰেমনিৰ ওপৰত মৰি সকলোৰে পাপৰ ভাৰ বলে ।

দুখিত য়োচেফে অনেক বাট চাই আচিল, কিন্তু কোনো মানুহে তেঁওক বন্দি সালৰ পৰা মুকুত কৰিবলৈ নাহিল । দিনৰ ওপৰ দিন গল, ঘাম কাল গল, জাৰ কালো আহিল, তেও য়োচেক বন্দি সালতে বন্দি হৈ আচিলে । তথাপিও ইশ্বৰে তেঁওক পাহৰা নাই । ইশ্বৰে কি নিমিত্তে তেঁওক ইমান দিন বাট চোআই ৰাখিলে? তেঁও জেন সহনিয় হবলৈ সিকিব পাৰে এই নিমিত্তে । মোৰ প্ৰিয় লৰা চোআলিবিলাক, তোমোলাকক ইশ্বৰে জদি বহু দিনলৈকে নৰিয়া হবলৈ দিএ, তেনে হলে তোমোলাকক সহনিয় হবলৈ সিকাই, আৰু তুমি আপোনাৰ মনতে এই বুলি ভাবিবৰ উচিত, জে ইশ্বৰে জেতিয়াই উত্তম দেখে, তেতিয়াই মোক ভাল কৰিব, কিন্তু ইয়াৰ সলনি তেঁও কি জানি মোক ৰৰগলৈ নিবলৈ মন কৰিচে

## কামৰূপৰ বুৰঞ্জি, ১ আধ্যা।

**History of Kamrup, Chap. I.**

কামৰূপ বেহাৰত বিশ্ব সিংহ কোঁচৰ ৰজা, তেঁওৰ পুত্ৰ নৰ নাৰায়ন ৰজা হল, নৰ নাৰায়ন ৰজাৰ ভাই সুক্লধজ কুমৰ। তেঁওৰ পুত্ৰ ৰঘু নাৰায়ন নৰ নাৰায়ন ৰজা হৈ থাকোঁতে সুক্লধজৰ পুত্ৰ ৰঘু নাৰায়নে নগৰৰ বাজ হৈ আপোনাৰ বাহু বলে ৰজা হৈ কামৰূপত আজৰা গ্ৰামত থিলা নদি তিৰে বিজইপুৰত নগৰ পাতি ৰহিল। নৰ নাৰায়নে জুজিবৰ মনে সাজি গল। পাচে ৰঘু নাৰায়নে আপোনাৰ জত মহাদৈ আচে, সবাকো ঘোঁৰাত তুলি হাতে ধমু ধৰাই সমুখে পঠালে। নৰ নাৰায়নে বোলে, পুত্ৰ বধূ সকলেহে জুধলৈ আহে; ৰজা লাজ পাই উলটি গল, দন্দ কন্দল ন হল; তাত পাচে দুয়ো ৰজা মিত্ৰু হল। বেহাৰত তেঁওৰে পুত্ৰ লখি নাৰায়ন ৰজা হল। বিজইপুৰে পৰিখিত নাৰায়ন ৰজা হল। তাৰ পাচে দুয়ো ৰজাৰ জুধ হল। পৰিখিতে আগ বাঢ়ি বেহাৰকো মাৰেগৈ, লখি নাৰায়ন বলে নাটে। এক দিনা লখি নাৰায়নৰ ভাই বলিদেও নাৰায়নক বনত পাই তত্ কালে পৰিখিতে মাৰিলে। লখি নাৰায়নে কিচু কৰিব নোআৰি তাত্ৰিৰ লোকে স্যা জেহা বাদস্যাত সৰনে পসিলেগৈ, বোলে, মই কামৰূপৰ ৰজা, তোমাৰ আমি ভ্ৰিত্য হলোঁ, তুমি আমাক পুত্ৰৱতে পালা। আমাৰ পিত্ৰি পিতামহে সৰ্বকালে ৰজা আচিল, এতিয়া মোৰ ভাত্ৰি পুত্ৰে পাত্ৰ মন্ত্ৰি সমে আলচি ৰজা হৈ মোক দেসৰ তাকি থেদে। মোৰ সোদৰৰ ভাইকো মোৰ আগতে কাটিলে; এতেকে বাদস্যায়ো আগ পাচ কথা অনেক সুধিলে। পাচে মকৰম খাঁ নবাবক বাদস্যাই পঠাই দিলে। বাদস্যাই বোলে, ৰজাক জিটে থেদে, তাক ধৰি আনগৈ। মকৰম খাঁ আহিবৰ সুনি পৰিখিতে আগ বাঢ়ি ধুবুৰিত গৰ বান্ধি ১ বচৰ জুধ কৰিলে। পাচে জুধ হাৰি ৰজা ভাগি আহিল। সেই বেলা লখি নাৰায়ন ৰজাই পাচে ভেঁটা দি গৰ বান্ধিলে, তেতিয়া ৰজা মকৰম খাঁত ৰহিলগৈ; ৰজাকো পাই ধৰি দিলিলৈ দিলে। সেই কালৰ পৰা কামৰূপত জৱনৰ অধিকাৰ হল।

সঁক ১৫৩৪ আঘোনত ৰজা বন্দি হল, পাচে ৰজা গৈ, বাদস্যাৰ হাজিৰ হল। বাদস্যাই ৰজাক লখি নাৰায়নৰ পাও পাকুৰিব দিলে। ৰজা পৰিখিতে বোলে, মই চত্ৰধাৰি ৰজা; কেনেকৈ পাও পাকুৰিম। তথাপি ৰজাই বাদস্যাৰ আগ্যা ন কৰিলে; বাদস্যায়ো প্ৰসংসা কৰিলে। পাচে ৰজা পৰিখিতে ৭০,০০,০০ সাত লাখ টকা দি আপোনাৰ দেসলৈ বিদাই কৰিলে। আৰু থিৰ নাৰায়ন, দৰ্প নাৰায়ন, সুৰ নাৰায়ন, ভিম নাৰায়ন, এই চাৰি পুত্ৰক বাদস্যাৰ চাকৰ কৰি দিলে। তেতিয়া ৰজা আহোঁতে প্ৰয়াগত মিত্ৰু হল। লখি নাৰায়ন ৰজায়ো বাদস্যাৰ আগ্যা পালন কৰি আপোনাৰ ৰাজ্যত থাকিল। তাত পাচে সিঙ্গৰিবে পৰা ৰঙ্গাল বিয়াপি আচে, সৰ্গি মহা ৰজাৰ লোকে তৰে পৰা সমস্তে আচে। এই মতে দুই বচৰ গল। সেই বেলা পৰিখিত ৰজাৰ ভাই বলি কোঁঅৰে ৰঙ্গালত ভয়েৰে পলাই আহি সৰ্গদেৱৰ পাৰত সৰনে পসিলহি, বোলে, আমাৰ বংসে গৰিয়া সাগৰত মজিল; সৰ্গদেও, তুমি ৰখ্যা কৰা।

সঁক ১৫৩৬ মাহ ফাগুন, মহা ৰজাই এই কথা সুনি কিচু গৰিহা কৰিলে, বোলে, মই মানুহ পঠাই কৰলৈ দিলোঁ। ককাই ৰজা মোৰ ঠাইলৈ ভাগি আহোক, মই দখিনে থাকিম, ককাই উত্তৰে থাকিব, ৰঙ্গালক মাৰিম। ককায়ে বুলিলে, দেও কুটমত কৰি, মই কেঁচা কাম ন কৰোঁ, পকা কামহে কৰোঁ; এতিয়া মই বাদস্যাৰ ঠাইলৈহে জাম; তেহে মোৰ বৈৰিক উচাদ কৰিব পাৰিম, এতিয়া সকলো কাৰ্জ কাম সিধি হল। তথাপি মই তোমাক ৰখ্যা কৰিম; আৰু ৰঙ্গালকো মাৰিম, এই বুলি নিৰ্ভই দি ৰাখিলে। আৰু কন্যা, গ্ৰাম, হস্তি, ঘোঁৰা, দাস, দাসি, ৰাজ জোগ্য অলঙ্কাৰ, আৰো বিস্তৰ বস্ত্ৰ দিলে।

মাহ ফাগুন সঁক ১৫৩৬, সেই বেলা ৰজা-

লৰ ৰতনস্যা নামে এক সদাগৰে সিঙ্গৰিত আগৰৰ কাঠ কিনি আছিল, মহা ৰজাৰ আগ্যায়ে তাক ডৰে পৰা হাবুজ চেটিয়াই খেদি পঠালে: আৰু আগৰ কাঠকো কাঢ়ি ললে, বোলে, কোঁচ ৰজাক মাৰি আস পালি, সেই মতে আমাকো চলছে চা; আৰু সেই বেলা মহা ৰজাই চেঙ্গধৰাক পঠাই দিলে, বঙ্গালৰ বাত্রা জানিবৰ কাৰনে, তাক মুখেৰে এই ৰুপে বুলিলে, কাজলিলৈকে ফুৰিবিগৈ; বঙ্গালক পালে নেৰিবি। তাত পাচে চেঙ্গধৰা গৈ বঙ্গালৰ ২ খান নাও পাই তাক মাৰিলেগৈ; দুটা মানুহ কাটি তাৰ মুৰ আনিলে। এই কথা সুনি বঙ্গালৰ লোকে গৈ হাজোত চৈয়দ বাবাকৰ প্রমুখে জত উমৰাও আছিল, তাৰ আগে সমস্ত ব্রিতান্ত কলে, বোলে, বাদসাসৈলে জত আগৰ কাঠ কিনিলোঁ, সকলোকে আচামে লুটিলে, আৰু দুই খন নাও মাৰিলে। দুই মানুহকো কাটি মুৰ নিলে। তেতিয়া চৈয়দ বাবাকৰ নবাবে সত্রাজিতক পাঁচিলে; চেঙ্গধৰা হাবুজ চেটিয়া, মদ নো খোআ, মনপকক ধৰি আনগৈ বুলি। পাচে সত্রাজিতে ৬০ তিনি কুৰি নাৱেৰে কলঙ্গে উজাই আহি সলা মাৰিলেহি। চেঙ্গধৰা হাবুজ চেটিয়া, মদ নো খোআ, মনপক চাৰি পানিসিয়া বিশ্বনাথৰ ওপৰে আটালৰৰি পলাই সোমালগৈ, ধৰি আনিব নোআৰিলে। সত্রাজিতে আৰু ৰজাৰ ভঁৰালৰ লুটি সকলো সৰ্বৰ নিলে, সলাৰ দেও ঘৰৰ নটনিকো নিলে, আৰু তিনি দিন থাকি ভটিয়াই গল। সেই কালৰ পৰা বঙ্গালেৰে অচমৰে জুধ লাগি গল।

সক ১৫৩৬ বহাগ জোআত জেঠ প্রবেস সংক্রান্তিৰ দিন, জেতিয়া আহোমে তুৰ্বকক মাৰিলে, তাৰ পৰাহে কালে আনি জুধ লগালে। তাত পাচে বঙ্গালৰ বাত্রাক বৰ্গি মহা ৰজাই পাই, তিনি জনা গোঁহাই প্রমুখে জত বৰুআ, সন্দিকৈ, পাতৰ, চেটিয়া, সবাকো আগ্যা কৰিলে, তাজৰিয়া সবো সমস্তেৰে সাজু হৈ দিখৌ মুখত কোঁচ দি বলগৈ। বঙ্গালেও এই কথা সুনি গুআহাটিৰ আগ হৈ বল। সৰ্গদেও গৰগাঁৱৰ পৰা চিনাতলিত ৰহিলগৈ, আমোনৰ এক পথ আছিলে।

পাচে চাউলাই কোঁঅৰ প্রমুখে খাংপ্রন্ত ৰৰ গোঁহাই, সাকো ৰৰ পাতৰ আনো ৰজাবৰ্গ সমনিতে জত লোক, চামধৰাত ৰলগৈ। পাচে মহা ৰজাও গৈ আগিয়া ৰন্বাত ৰহিলগৈ; বঙ্গালেও বাত্রা পাই সাজু হৈ আহি ভঁৰলিৰ কাখৰে ৰলহি; আহোমো ভঁৰলিক মধ্য কৰি গৰ দি থাকিল। এই মতে এক মাহ দেখা দেখি হৈ আছিল। আহোমবো আগুআন সেনাবোৰে ভঁৰলি কাখৰে গৈ বঙ্গালেৰে মন্ত্রা মতি কৰি থাকে। পাচে এক দিনা বঙ্গালেও ঘোঁৰা নাৱত তুলি কাপৰেৰে ঢাকি ভঁৰলি পাৰ হৈ আহোমক ধৰিলে; পাচে ৰৰ চেটিয়াৰ পুত্র ৰতিয়া ডেকাক কাটিলে, বিজচা পাত্রক ধৰি নিলে, পিজলিয়া গোঁহাই পলাই এৰাল, আন লোকো কিছু পৰিল; পুহ গল সুকুৰ বাৰে মাঘৰ সংক্রান্তিৰ দিনা। তাতে সমস্ত বৰুআ, আন লোক সবো ভাগি আহি ভঁৰলিৰ গৰ এৰি চামধৰাত ৰলহি। পাচে সৰ্গদেৱে এই কথা সুনি আপোনাৰ দদায়েক চাউলাই কোঁঅৰক সবাৰে উপৰি অধিকাৰ কৰি দিছিলে, তাকো মাৰিবৰ মনে ধৰি আনিলে; পাচে আই কুঁঅৰিএ মাতিহে এৰুআলে। আৰু ৰৰ গোঁহাইৰ নেওগ ৰুৰুজ চেটিয়াৰ নাতি, বুৰা গোঁহাইৰ নেওগ লেচাই কিচিকা, ৰৰ পাত্র গোঁহাইৰ নেওগ, পোআলি গোঁহাই, এই সমস্তকে খজ কৰি ধৰি আনিব দিলে। পাচে সেই বেলা হাঁতি মহ প্রমুখে জেতেক আনো গৰ ভিতৰিয়া কাঁৰি আছিল, সকলোএ ৰজাক বুলিবলৈ ধৰিলে, বোলে, সৰ্গদেও, তুমি মহা ৰজা হৈ কি কাৰনে বালিস্ত দুধ পাই আছা? আমাক জুধলৈ কিয় পঠাই নি দিয়া? আমাক কি কাৰনে কাঁৰ ধনু সিখাইছা? পাচে লেচাম চিৰিঙ্গ প্রমুখে জত আনো গৰ ভিতৰিয়া কাঁৰি আছিল, সকলকো পঠাই দিলে, ভঁৰলিৰ গৰ পুনৰ বাৰ নতুন হৰ হেম বুলিলে।

এই কথা গোঁহাইবোৰে সুনি বোলে, তিনি

নেওগ সমে কোঁৱৰক মৈ ধৰি নিলে, আমাতেহে থৰে। পাচে ৰজাগনে সমে গোহাঁইবোৰে আলচ কৰি, ডঁৰলিএ উজাই ৩ খন দলঙ্গ বান্ধিলে, ডঁৰলি পাৰ হবৰ কাৰনে, পাচে এই কথা সৰ্গদেৱে সুনি চাউলাই কোঁৱৰকো, তিনি নেওগকো নে মাৰি পঠাই দিলে। পাচে থামপ্ৰত বৰ গোহাঁই, লাকু বৰ পাত্ৰ, তিপাম ৰজা, নাম ৰুপিয়া ৰজা, চাৰিঙ্গ ৰজা, ৰুনক্ষ সন্দিকৈ, ৰকং বৰ চেটিয়া, লাচাম পেঙ্গৰ পুত্ৰ মৰান কোঁৱৰ, ত্ৰিকল বৰা, হাতি বৰুআ, বেটুআ বৰা, এই সমস্তে তৰে গল। এই সকলৰ উপৰি চেঙ্গ ধৰা বাজ নেওগ হল; লাচাম সন্দিকৈ শিকচাই চেটিয়া লাচামপম ভণ্ডাৰি, লাজু নেওগ, চিৰিঙ্গডাঙ্গ, চাউনাপামা, লাঙ্গি নেওগ, ফুলকুমৰৰ পুত্ৰ লালুক গোহাঁই, চাউডাঙ্গ বৰুআ এই সমস্তে নাৱে গল। আনো জত জোধাক তাৰ কোনে অন্ত পাৱ; খুদ্ৰ বৰুআ সৱৰো আনো সেনাগনৰে বা কোনে অন্ত পাই। ১২০ চ কুৰি মৈদাৰ হস্তি, আগুআন হৈ জাই। মাঘৰ ১৫ দিন জাওতে সনিবাৰে প্ৰভাতে অৰুন উদই বেলাত, নাৱে তৰে চাপি জুধ ধৰিলে; হাতিএ আগ বাৰ্হি গৰ ভাঙ্গি উঠিল। পাচে সেনা সকলো উঠি জাকে জতে পালে ততে কাটিব ধৰিলে; বঙ্গালো সাজু হবলৈ নে পালে, কতো বিভঙ্গে কটা গল। কতো অস্ত্ৰ সস্ত্ৰ ধৰি জুজিলে, বঙ্গালে কিছু কৰিব নোআৰি বামৰ পৰা হহকি লুইতৰ নিকটে বালিত চাপি লৰ। সেই সময়ত ১২ টা চিপাহি কেৰা গোঁহাই সমে তাৰ কিছু সৈন্য সগত লৈ খোৰায়ে চৰিয়া আহোমৰ বেহ ভাঙ্গি বাজ হৈ পলাই গল। সত্ৰাজিতো দুখন নাৱেৰে কৌজৰ মাজৰ পৰা এৰাই গল। আহোমেও পাচে জত বঙ্গাল ভঙ্গালে তাক থাগৰিৰ গৰ দি ধলে, তাৰ মাজৰ পৰা দাঁতে সৰ সৈন জি আছে, তাক নে কাটি পাৰকৈ আনে। সেই বেলা বৰ গোহাঁয়েও আখৈ গোহাঁইকে আপোনাৰ ভিতৰ কৰি আনিলে। এক ৰাতি তেনে মতে বেৰাৰ ভিতৰতে বঙ্গাল আছিল। আন দিনাঃ এক পুহৰৰ ওপৰে সৰৌ বঙ্গালক বেৰি কাটিলে। বঙ্গালৰ সৰাৰে উপৰি তাঙ্গৰ জি চৈয়দ ৰাৰাকৰ নবাব সিও পৰিল; ভগা বকচি, গকুল চান্দ, জাহিৰ্বেগ, মিৰ্জামাং জামাল খাঁ, দখিনে আহ্লাদ খাঁ, এই সব কটা গল। ৰজা জগদেৱ, গন্ধৰ্বৰাই, ৰজাৰাই, কালা ৰজা, হাৰা ৰজা, প্ৰতাপ সিংহ, ইন্দ্ৰমনি, নৰ সিংহ ৰাই, ভগৱান ৰাই, কৰ্ম চন্দ, এই ক্ৰমে ১০ ৰজা দাঁতে খেৰ ধৰি বোলে, আমি মহা ৰজাৰ সৰনিয়া বন্দি হলোঁ, আমাক নে কাটিবা, পাচে সিইতক নে কাটিলে। এই কথা বৰুআবোৰে সৰ্গদেৱৰ চৰনলৈ জনালে, পাচে মহা ৰজা মানুহ পঠাই, তিস্কিত হেন্দুলিয়া ডাকুৰ দি গৰ গ্ৰামক অনালে। আৰু সত্ৰাজিত মোহনগিৰিক নাও ভেটি ধৰি আনিলে। আৰু জি বঙ্গাল কাঁৰ বাৰু এৰি ৰৰিল, তাকো নে কাটি ধৰি আনিলে। আনো বঙ্গাল সমস্তে কটা গল। আহোমৰো তৰে হাতি বৰুআ পৰিল; ত্ৰিকল বৰা, নমল বৰা পৰিল। নাৱত পৰিল লাচাম সন্দিকৈ, চিৰিঙ্গডাঙ্গ।

তেতিয়া সেই বেলা সৰ্গদেৱলৈ জনালে, বঙ্গাল ৰনত ভঙ্গ হল, আৰু থাগৰিৰ তিনি তৰপিয়া টাটি দি বঙ্গালক বেৰি থৈচো। পাচে এই কথা মহা ৰজাই সুনি, সোন কালে খেদা পঠালে, বোলে, বঙ্গালক নে কাটিব, কেনেকুআ উমৰাওবোৰে মোৰে জুজিবলৈ আহিচে, তাক মই চাবলৈ জাও; এই বুলি খেদা পঠাই দ্ৰিলে, সৰ্গদেৱে চামধৰালৈ গল, বঙ্গালক চাৰৰ মনে। পাচে মহা ৰজাই সুনিলে, সমস্তে বঙ্গালক কাটি গোহাঁইবোৰ পাৰ হৈ আহিল, এই দাইতে ৰজাৰ সদায়েক চাউলাই কোঁৱৰকো মাৰিলে। গোহাঁইবোৰৰো নেওগবিলাককো কাটিলে; কঙ্গচন্দ চেটিয়া পলাইহে এৰাল. তিনি জনা গোহাঁইকো ধন্দ কৰিলে; তিনি জনা গোহাঁয়েও বুলিলে, আমি কেনেকৈ বন্দ বৰ্হাই থম। বঙ্গালক কাটি মাৰি, পালে হাতি

১২ টা, ঘোঁৰা ১০০, আৰু জত কাৰ লাগি মৰিল । আৰু বাজে বস্তা ঘোঁৰা কাটিলে, তাৰ কোনে অন্ত পাই, বাচৰু নাও ২০০, আৰু বঙ্গালৰ জতেক হিলৈ দাৰি তেতেকৰ তেতেক হিলৈ, তৰোআল, বাৰু, জামদাৰ, খগুয়া, এই সকলৰ সিমা নাই । সনাহ পালে ৮৪, জি কিচু আহিলা পাতি লুইতত পৰিল, তাকে মাত্র নে পালে ।

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

তেজপুৰৰ পৰা আমি অতি অসন্তোসৰ বাত্রা পাইচোঁ, বৰ্ত্তমান মাহৰ ১৫ তাৰিখত তেজপুৰত প্ৰিঞ্চিপল এচিস্টণ্ট কমিসানৰ স্রি জুত বেনলচ বৰ চাহাব মাউৰৰ দোআৰাই পৰলোক প্ৰাপ্ত হল ।

ভোটিয়াই বন কৰিবৰ নিমিত্তে অহাৰ কাৰন এই । ভোটিয়া ৰজা গামবিলাকক অনেক বচৰৰ পৰা কম্পানিএ ৫০০০ টকা পেনস্যন দিচে, আৰু জোআ বচৰত সেই পেনস্যন বাঁটিবৰ নিমিত্তে গৈলঙ্গ ৰজাৰ হাতত দিলে । কিন্তু সি সকলোৰে লগত ভাল ৰূপে তাক নে বাঁটি প্ৰায়ে আপোনাৰ হাতত সেই ধন ৰাখিলে । সেই নিমিত্তে আন সকলো গামে গৈলঙ্গ ৰজাৰ অহিতে আলচ কৰি জুধ ধৰি তাক জিনিলে, পাচে সেই ৰজাই ভয়েৰে চাহাবৰ ঠাইলৈ পলাই আস্ৰুই ললেহি । এই কথা সুনি ভোটিয়াবিলাকে গোট খাই আলচ কৰি, গৈলঙ্গ ৰজা মৰা হওক বা জিয়া হওক, তাক অৱস্যে পাম বুলি, অধিকাৰ চাহাববিলাকে সিইতৰ হাতত সক্ৰু সোধাই দিবৰ নিমিত্তে সিইতে বাত্রা দি জনাইচে । কিন্তু আমাৰ মাজত মৰনৰ ভয়েৰে জি মানুহ আস্ৰুই কৰি সোমাইচে, তাক সক্ৰুৰ হাতত সোধাই দিবলৈ দস্তুৰ নাই; সেই নিমিত্তে সিইতে গৈলঙ্গ ৰজাক পাবলৈ কম্পানিএ সৈতেও বন কৰিম বুলি আলচিলে। সিইতক নিবাৰন কৰিবলৈ স্রিজুত পলিটিকল এজণ্ট চাহাব আৰু স্রিজুত সেনাপতি চাহাববিলাক ৪০০ মান চিপাহিএ সৈতে সিইতৰ দুআৰৰ কাললৈ গল । ভোট তাতাৰ আদি সক্ৰুৰ সংখ্যা প্ৰাই ৩০০০ মানুহ হৈছিল বুলি সুনোঁ. কিন্তু মাউৰে ধৰাত ভই পাই ভাগি গল। এই ৰূপে ভোটিয়া বনৰ অন্ত হল ।

জোআ বচৰৰ দুই চেপ্তেম্বৰ তাৰিখত গুআহাটি জিলাৰ ইচাদোমৰিয়া গাঁৱত তিনিকৰি নামে এটা মানুহে মাচৰ উজান মাৰিবলৈ গৈ মাচ ধৰোঁতে এটা কাৱৈ মাচ পাই ধৰি খালৈত সুমাব খোজোঁতে কিবা গতিৰে উফাল মাৰি মাচটো মানুহটৰ মুখত সোমাল । পাচে সি কান্দত ধৰি উলিয়াবৰ মনেৰে বল দিয়াত ক্ৰমে মাচ সোমাই গৈ ভিঙ্গি পাই কান পাখি সিয়ৰাই ধৰাত কান্দেই চিগি আহিল, তথাপি উলিয়াব নোআৰিলে । তেতিয়া সি ভয়তে বিচুৰ্ত্তি হৈ কেনেকৈ উলিয়াম, ইয়াকে চিন্তি আঁজুৰি খাকোঁতেই মাচে কচাল মাৰি পেটলৈ সোমাই গলত তাৰ দাৰবিলাকে নাৰি কাদি মাৰে বুলি ভই কৰি বেগাই ঘৰলৈ আহি মানুহবিলাকত কোআত কোনো এটাই বুধি দিলে, বোলে, মচন্দৰিএ গোবৰে খালেই সি পেটতে মৰিব । এই দৰৰ পাই তত কালে গোটাই আনি বাটি খাই এপৰ মান বেলি সুই আচিল । পাচে সাৰ পাই বাহিৰলৈ গৈ আহি দেখে, একো দুখ বেদেনা নাই । তেতিয়া গা ধুই পঁইতা ভাতে আচিয়া কলাই খালে, তথাপি এসাহ মানলৈ ভই কৰিচিল, কিবা হই বুলি । আমি ভাবিচোঁ, পেটত তাপ পাই বেগতে মৰিল হবলা ।

জোআ ডিচেম্বৰ মাহৰ ১০ তাৰিখে বজৰা গাঁৱৰ পৰা এটা মানুহে স্ৰীপৰ্বতিয়া ভটাচাৰ্জ গোঁসাইলৈ এতিয়া পকা বৰ উত্তম আম কিচু দি পঠাইচিল । আৰু সেই মাহৰ ভিতৰতে সাধিৰাম ডেকা বৰা মহৰিএ [illegible]ৰ পৰা পকা আম কিচু ঘৰলৈ পঠাই দিচিল । আচাম দেসত এনে অসময়ই কালত পকা আম পোআ আমি কেতিয়াও সুনা নাই । এই কথা মুক্তাৰাম নামে এটা মানুহে অৰুনোদইত চাপিবলৈ গুআহাটিৰ পৰা লিখি পঠাইচে ।

লুই নাপলিয়নক ফ্ৰাঞ্চ দেসৰ মহা ৰজা পাতিবৰ নিমিত্তে প্ৰজাৰ ইচা বুজিবৰ কাৰনে সকলো মানুহে গুটিৰ দোআৰাই মন দেখাবলৈ আগ্যা কৰিলে। পাচে ৰাজ মেলে সকলো গুটি লৈ লিখাত এইমান পালে।

মহা ৰজাৰ নিমিত্তে গুটি পালে ৭৮,২৪,১৮৯
তেঁওৰ অহিতে . . . . ২,৫৩,১৪৫
অমুদাকৈ লিখিলে . . . . ৬৩,৩২৬

পাচে ১ ডিচেম্বৰত ৰাজ মেলে তেঁওক ত্ৰিতিয় নাপলিয়ন নামেৰে মহা ৰজাৰ ৰাব দিলে।

দিনাপুৰ নগৰৰ ওচৰত দুজন চাহাৰ লোকে চিকাৰ কৰোঁতে এখন গাঁৱৰ ওচৰত চৰাই গুলিয়াই আছিল, তাতে দৈৱ জোগে এটা গুলি সৰু চোআলিৰ গালত পৰাত ঘা লাগিল। গাঁৱলিয়াবিলাকে তাকে দেখি হাহাকাৰ কৰিব ধৰিলে, আৰু সেই দু জন চাহাবক বেৰি ধৰি কোবাবলৈ ধৰাত সেই চাহাবে ৰখ্যা নে পাই গাঁৱৰ মানুহক গুলিয়াই দুটাক খুন কৰাৰ পাচে ঘোঁৰা মেলি সিইতৰ হাত সাৰিলে।

ডোক্ক নগৰত এজনি তিৰোতাই সতি জোআৰ মন হৈ তাক কৰিবলৈ উপাই কৰাত কোনো চাহাব লোকে গিয়াতিবিলাকৰ হাতৰ পৰা নি এটা দলত তিন দিন মান ৰাখি থলে। পাচে চাহাব লোক আৰু সেই দেসৰ ৰজাও তাইৰ মন পালটাবলৈ বহু স্ৰম কৰিলে, কিন্তু সকলো বিফল, আৰু সিবিলাকৰ কথা নু সুনি পাচে সতি হৈ দাহ হল।

দেসবোৰত বহু সোন ওলোআৰ কাৰনে তাৰ দৰ কম হৈ গৈচে, আগেয়ে কলিকতাত এটকা সোনত ১৫।১৬ টকা দিএ, এতিয়া ১৪॥ মাথোন দিএ।

স্যাংহাই নগৰৰ পৰা এজন আমেৰিকাৰ লোকে এটা চিকন কুকুৰাক আপোনাৰ ঘৰলৈ নিলত পাচে পোআলিবোৰ জগিল। এদিন তাৰ গৰাকিৰ জি ভাল সৰু কুকুৰ সহ টকালৈকো ন বেচিম বুলি কৈচিলে, সেই কুকুৰ তাৰ পোআলিবোৰৰ ওচৰলৈ জোআত মাইকিএ ৰৰ খঙেৰে তাৰ ওপৰত পৰি খুঁটি খুঁটি কুকুৰক জিনি মাৰিলে।

পাচিফিক মহা সাগৰৰ কোনো কোনো মাজুলিত বৰ বৰ নগৰৰ অনেক ভগা চিগা অৱসেস সিল আদি আছে। খেহ দেসৰ ২০০০ মাইলৰ ভিতৰত লাদ্ৰোন মাজুলিত এনে এক নগৰ আছিল। কোনে পাতিলে, তাত কোন মানুহে নিবাস কৰিলে, কেৱে কব নোআৰে, আৰু তাৰ ওচৰত থকাবিলাকেও নু বুজে; অতি পুৰ্ব কালৰ নগৰ বুলি কেৱল ইয়াকে জানে। এজন আমেৰিকান জাহাজৰ কাপ্তানে তাক চাবলৈ গৈ তিনি মাইল দিঘল এটা বাজ আলি, আৰু তাৰ দুই ফালে কলা বৰ চিকন সকত সিলেৰে সজা ঘৰবোৰকো দেখা পালে, কিন্তু ভাগি প্ৰাই সকলো পোত খালে। সেই আলিৰ মাজ চাইত বাৰেটা বৰ সকত সিলৰ খুঁটা আছিল, ওখ ৩৬ হাত, গুৰিৰ মেৰ ১৫ হাত, আৰু খুঁটাবিলাকৰ ওপৰত বৰ বৰ সিল একো একো চটা থোআ আছিল। আন আন অনেক আলি দেখিলে, কিন্তু সকলোৰে ওপৰত বৰ ডাঙৰ আৰু বুৰা গচ আছে। আমেৰিকাৰ মাজ ভোখৰত জি পুৰনি নগৰবোৰ আছিল, তাৰ নিচিনা ইবিলাকো। এনে নগৰ সজা আগৰ কালৰ মানুহ অৱসো সভ্য আৰু বৰ গিয়ানৱন্ত হৈছিল।

আলেপো নগৰৰ নিবাসি তুৰুক আৰু আৰবি মানুহ ৭০,০০০; খ্ৰিষ্টিয়ান ১৫,০০০; য়িহুদি ১০,০০০; কুকুৰ ১,২০০, আৰু মেকুৰি ৮,০০০ আছে। সেই নগৰত থকা এজন ধনৱন্ত মচলমানে ভালেমান মেকুৰি পুহি ৰৰ মৰম কৰিচিলে। পাচে তেঁওৰ মৰন কালত নৰিয়া মেকুৰিৰ কাৰনে এটা হস্পিটাল পাতিলে; সেই হস্পিটাল এটা মচিদ ঘৰ; আৰু তাৰ গৰাকিবিলাক আৰু অনেক বেজো আছে। বুৰা, কগিয়া, নিচলা, নিগনি ধৰি খোআ বস্তু পাব নোআৰা, এনে স চাৰেক মেকুৰি সদাই থাকে। জাত্ৰিক লোকে তালৈ গলে এচাইত ঠেঙ ভগা কোনো মেকুৰিক বেজে দৰৱ দিয়া দেখিব, কোনো চাইত কনা, খোৰা, চেঁৰেঙা,

জৰে ধৰা মেকুৰিক অতি উত্তম ৰূপে ৰখা দেখিব। সেইবোৰ মেকুৰিএ বৰ সুখেৰে দিন নিয়াই বহু দিবস আয়ুস পাই; কিন্তু হস্পিটাল পতাৰ গৰাকিৰ নাম আসিৰ্বাদ কৰি গুন লই নে, ন লই, ইয়াক আমি সুনা নাই।

## BOOKS

FOR SALE AT THE SIBSAGOR MISSION PRESS.

| | | R. | A. |
|---|---|---|---|
| New Testament in Asamese, | | 1 R. | |
| Orunudoi, first five years, in one volume, full bound | | 2 | 8 |
| Ditto. | half marble, lettered | 2 | 0 |
| Ditto. | marble and cloth | 1 | 12 |
| Orunudoi, for 1851 and '52, in one volume, full bound | | 2 | 0 |
| Ditto. | half marble, lettered | 1 | 12 |
| Ditto. | marble and cloth | 1 | 8 |
| Orunudoi, separate volume for each year, in paper cover, | | 0 | 12 |
| Asamese Buronji, by the Tamuli Phukon, paper cover, | | 0 | 8 |
| Asamese Vocabulary and Phrases, in cloth | | 1 | 8 |
| Grammatical Notices of the Asamese Language, | | 1 | 8 |
| Worcester's Primer, in English, | | 0 | 4 |
| Asamese Primer, Bare Motora, | | 0 | 1 |
| First Reading Book, in Asamese, stiff cover | | 0 | 3 |
| Ditto. | paper cover | 0 | 4 |
| Asamese Arithmetic, first part | | 0 | 2 |
| Ditto. | second part | 0 | 4 |
| Geography of Asia | | 0 | 4 |
| Juvenile Tracts, per dozen | | 0 | 4 |
| Ditto. | bound in sheep | 0 | 8 |
| Ditto. | bound in morocco, for presents to scholars | 0 | 12 |
| Dawk Book, printed octavo, in sheep | | 3 | 0 |
| Ditto. | half bound | 2 | 8 |
| Monthly Accounts, for servants, workmen, &c. with printed lines, | | 1 | 0 |
| Writing Books for Schools, 12 sheets foolscap, each | | | 4 |
| Ditto. | per dozen | 2 | 4 |
| Small Memorandum Books, each | | 0 | 1 |

PRINTING and BINDING neatly executed, and BLANK BOOKS furnished on reasonable terms.

## মার্চ, অর্থাত চতৰ পঞ্জিকা ।

Almanac for March, A. D. 1853. Bal. Sac 1774.

| মার্চ | ফাগুন | বাৰ | তিথি | দিনমান | মার্চ | চত | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ৩ | ২১ | ১১ ২৮ | ১৭ | ৫ | ৫ | ৭ | ১১।৫৫ |
| ২ | ২০ | ৪ | ২২ | ১১ ৩২ | ১৮ | ৬ | ৬ | ৮ | ১১।৫৭ |
| ৩ | ২১ | ৫ | ২৩ | ১১ ৩৪ | ১৯ | ৭ | ৭ | ৯ | ১১।৫৯ |
| ৪ | ২২ | ৬ | ২৪ | ১১ ৩৫ | | | | | |
| ৫ | ২৩ | ৭ | ২৬ | ১১।৩৭ | ২০ | ৮ | ১ | ১০ | ১২।০ |
| | | | | | ২১ | ৯ | ২ | ১১ | ১২।১ |
| ৬ | ২৪ | ১ | ২৭ | ১১।৩৮ | ২২ | ১০ | ৩ | ১২ | ১২।৩ |
| ৭ | ২৫ | ২ | ২৮ | ১১ ৪০ | ২৩ | ১১ | ৪ | ১৩ | ১২।৪ |
| ৮ | ২৬ | ৩ | ২৯ | ১১।৪১ | ২৪ | ১২ | ৫ | ১৪ | ১২।৬ |
| ৯ | ২৭ | ৪ | ৩০ | ১১।৪৩ | ২৫ | ১৩ | ৬ | ১৫ | ১২।৮ |
| ১০ | ২৮ | ৫ | ১ | ১১।৪৪ | ২৬ | ১৪ | ৭ | ১৬ | ১২।৯ |
| ১১ | ২৯ | ৬ | ২ | ১১।৪৬ | | | | | |
| ১২ | ৩০ | ৭ | ৩ | ১১।৪৭ | ২৭ | ১৫ | ১ | ১৭ | ১২।১১ |
| | | | | | ২৮ | ১৬ | ২ | ১৮ | ১২।১২ |
| ১৩ | ১ | ১ | ৪ | ১১।৪৮ | ২৯ | ১৭ | ৩ | ২০ | ১২।১৪ |
| ১৪ | ২ | ২ | ৪ | ১১।৫০ | ৩০ | ১৮ | ৪ | ২১ | ১২।১৫ |
| ১৫ | ৩ | ৩ | ৫ | ১১।৫২ | ৩১ | ১৯ | ৫ | ২২ | ১২।১৬ |
| ১৬ | ৪ | ৪ | ৬ | ১১।৫৪ | | | | | |



এই অকনোদই সিয়ান ভতাৰ যোৎ সিবসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসনৰ চাপাখানাতে চাপা কৰা হৈছে। আগিতে দিলে বছৰত দাম এটকা, বছৰৰ মূৰত দিলে ১।। টকা।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৮ বচৰ। মোং সিৱসাগৰ, ফেব্ৰুআৰি, ১৮৫৩। নম্বৰ ২।

VOL. VIII. SIBSAGOR: FEBRUARY, 1853. NO. 2

## খেহ আৰু কানিৰ কথা।

China and Opium.

আফু আৰু কানিৰ উত্‌পন আগেএ কেৱল পাৰ্চি দেসহঁতে হৈছিল, কিন্তু এতিয়া বহু দেসত পোআ জাই। আমেৰিকা আৰু ইউৰপ দেসৰ মাজত জি কানিৰ বেৱহাৰ কৰে, তাক প্ৰাই তুৰুকি দেসৰ পৰা নিএ; প্ৰিথিৱিৰ আন দেসতকৈ এই ভাৰত বৰ্সৰ ভিতৰত কানি অধিক আৰ্জে। ভাৰত বৰ্সৰ মাজৰ নৱা, বুৰা, মতা মাইকি আদি কৰি অনেক হেজাৰ মানুহে আফুৰ খেতি কৰে। গুটি সিচোঁতে মাটি উত্তম ৰূপে হাল বাই তাৰ বৰ বৰ চপৰাবোৰ গুৰিকৈ ভাঙে, পাচে নবেম্বৰ আৰু ডিচেম্বৰ মাহত গুটি সিচে; ফেব্ৰুআৰি মাৰ্চ এই দুই মাহত এঁঠা গোটাই।

আফুৰ জেতিয়া ফুল সৰে, তেতিয়াই মানুহে তাক কাটিবলৈ ধৰে। তাৰ জি এঁঠা ওলাই, তাক অতি সাৱধান ৰূপে প্ৰতি গধূলি বেলা



Picture of a Chinese Smoking House.

তোলে, পাচে তোলা হলে জতৰকৈ সিজাই গোটাকৈ বা চঁটা চঁটাকৈ ৰাখি থই। বঙ্গাল আৰু আন আন দেসত একে তাৰে কানি নে ৰান্ধে, কোনোএ গোটাকৈ ৰান্ধে, আন কোনো দেসত চঁটাকৈ ৰান্ধে; ভাৰত বৰ্ষৰ অধিক ভাগ কানি চিনা দেসলৈ পঠাই। ১৭৬৭ সঁকত কম্পানিএ প্ৰথমে বঙ্গাল দেসৰ পৰা চিনা দেসলৈ কানি পঠালে; ইয়াৰ আগেএ অকল পৰ্ত্তুগিচৰ অলপ লোকেহে তুৰুকি দেসৰ পৰা চিনা দেসলৈ কানি নিচিল; কিন্তু প্ৰতি বচৰে ২০০ চন্দুকতকৈ অধিক নে বেচে।

প্ৰথমে কেৱল চহৰি লোকেহে কানি খাই-চিল, কিন্তু এতিয়া সকলো জাতিৰ মতা, মাই-কি, ফকিৰ, পোৰোহিত লোকেও কানি খাব-লৈ সিকিলে। কানি পুৰি বা পানকৈ খাবৰ কাৰনে লোকবিলাকে গৈ জত গোট খাই, এনে অনেক ঘৰ চিনা দেসত সজা আচে। আৰু অকল লোকবিলাকে কানি খাবলৈকে আমই নগৰত ১০০০ ঘৰ সাজি থোআ হৈচে। চহৰি লোকে হলে প্ৰাই সেইবোৰ ঘৰলৈ নে জাই, কিন্তু আপোন আপোন ঘৰতে খাই।

কানি খোআ ঘৰবোৰ দিনে ৰাতিএ সদাই মেলি থই, আৰু সুখৰ নিমিত্তে ঘৰে পতি বাঁহ বেঁতৰে কেইবা খনো খাট সাজি চাৰি বা পাটিৰে ঢাকি থই। আৰু প্ৰতি ঘৰৰ মা-জত এটা এটা সৰু চাকিও পহৰ দিবলৈ আৰি থই। ঘৰৰ পাচ ফালে আন এক সৰু থাকে, পাচে কেতিয়া কানি হোঁপোতে হোঁপোতে মা-নুহৰ টোপনি ধৰে, তেতিয়া সেই ঘৰলৈ নি সুআই থই, তাতে কেতিয়াবা ওৰে ৰাতি সুই থাকে।

কানি হোঁপা চিলিম, বেঁতৰ সমান এডোখৰ সৰু নলি, আৰু তাৰ মুৰতে মুৰনিয়া চিলিম থাকে। তাতে মটৰ মাহৰ সমান কানিৰ টিকিৰা সেই চিলিমৰ মুৰত দি তাৰ ওপৰত চাকিৰ জুই লগাই পাচে হোঁপা ধৰে, আৰু একে হোঁপাতে সেই কানিৰ টিকিৰা উৰুআই। মানুহে জিমান বেলি নিস্বাস ৰাখিব পাৰে, সেইমান বেলিলৈকে তাৰ ধোঁআ গিলি থই, পাচে জেতিয়া ৰাখিব নোআৰে তেতিয়া নাকে দি ধোঁআ বাজ কৰি দিএ।

প্ৰথমে কানি খাবলৈ ধৰাবোৰে দুই এক টিকিৰাত বাজে সৰহকৈ খাব নোআৰে; কিন্তু অধিক দিনিয়া কানিয়াই ঘণ্টা চাৰেকলৈকে হুঁপি থাকিব পাৰে। খেহ লোকে সদাই চিত হৈ সুইহে কানি হোঁপে।

কানি খোআৰ গুন অতি বিসম; জিবিলা-কে তাক পানকৈ বা পুৰি খাবলৈ ধৰে, সেই-বোৰে তাক খোআৰে পৰা দহ বচৰতকৈ অধিক দিন জিয়াই নে থাকে। আৰু জি লো-কে কানি খাই, সি ক্ৰমে অগিয়ানি হৈ জাই, আৰু সেসত তাৰ জি উত্তম গিয়ানৰ গুন থা-কে, তাক আৰু সৰিলৰ সক্তিকো হেৰুআই; তাৰ গাৰ মঙহ সুকাই জাই, আৰু তাৰ তা-লকৈ ভোক নে লাগে, সেসত অলপ বচৰৰ মুৰত সি খিনাই খিনাই কেৱল হাৰ মাঙোন ওলাই। জি মানুহে ২০ বচৰ বয়সত কানি পুৰি খাবলৈ সিকে, সি তেৰ কুৰি বচৰতকৈ অধিক কাল জিব নোআৰে।

কানি পুৰি বা পানকৈ খোআ ঘৰৰ সৰু-চাৰ মাজত কানি খোআৰ পাচে টোপনি ধৰিলে সিইতে জিহত সুই থাকে, এনে বাঁহৰ খাটবোৰ দেখিবা। দুই এক মানুহে হাতত নলিৰে চিলিম ধৰি আচে, আৰু খাটৰ ওচৰে ওচৰে জি সৰু মেজ আচে, তাতে সিইতে চি-লিমত জুই দিবৰ নিমিত্তে চাকি ৰাখে।

ঘৰৰ পাচ ফালে সিইতে এটা মানুহক আন এক ঘৰলৈ লৈ জোআ দেখিবা; সি বৰ টোপনি গল, আৰু সি জত চিত হৈ সুই কানি খাইচিল, সেই খাট আনক দিবৰ নি-মিত্তে তাক আন ঘৰত সুআই থবলৈ নিচে।

খেহ লোকৰ লেনটৈৰ্ন অৰ্থাত আৰিয়া অতি সুন্দৰ, নকচাৰ মাজত সিইতৰ মুৰৰ ওপৰত তেনে আৰিয়া দুটা আৰি থোআ দে-খিবা। জিটো মানুহে আপোনাৰ হাত ওপ-ৰলৈ তুলিচে, সি অলপতে কানি খাবলৈ সি-

কিচে, সেই কাৰনে মনত বৰ দুখ পাইচে, কিন্তু তাৰো বেগতে টোপনি ধৰিব, আৰু আনৰ দৰে তাকো পিইতে সুআই থবলৈ নৈ জাব।



কানি খোআ চন্দুক।

## মোৰ আই।

My Mother.

আফ্রিকা দেসৰ এখান বৰ আৰব ঠাইত জনম পোআ এজনি সৰু চোআলিক বেটি ৰুপেৰে দুৰ দেসলৈ নিয়া হল, তাতে মকেট নামেৰে এজন পাদুৰি চাহাবে তাইক উধাৰ কৰি আপোনাৰ ঘৰলৈ আনি সিকিবৰ নিমিত্তে মেম চাহাবৰ হাতত সোধাই দিলে; তাৰ পাচে জেতিয়া তাই প্রভুৰ সুভ বাত্রা সুনি আনন্দৰে গ্রহন কৰিলে, আৰু সেই সময়ত আপোনাৰ মাকক সুঁৱৰিলে; কিয়নো যিচুৰ প্রেম তাইৰ মনত লগাতে আপোনাৰ মাকলৈ প্রিতি অধিক ৰুপে বৰ্হালে; পাচে তাই ঘনে ঘনে টানকৈ কান্দে দেখি চাহাবে সুধিলে, বোলে, তই কিয় কান্দিচ, হাই হাই, মোৰ আই, মোৰ প্রিয় আই; ইয়াকে কই মন ভাগিল হেন দেখি এনে ৰুপে ক্রন্দন কৰিলে। তোৰ মাৰৰ কি হল, এনেকৈ চাহাবে সুধিলে, বুকে লিখা সুভ বাত্রা হাতত ধৰি তুলি তাই উত্তৰ দি কলে, এই কিতাপ মোৰ আই কেতিয়াও দেখা নে পাব, জি সুন্দৰ কথা মই সুনিলোঁ; তাকে মোৰ আয়ে কেতিয়াও নু সুনিব; জি পহৰ মোৰ মনত প্রকাস হল, সেয়ে তাইৰ ওপৰত কেতিয়াও নোলাব; আৰু জি ত্রান কৰ্ত্তাৰ প্রেম মই চাকিলোঁ তাকে তাই কেতিয়াও খাবলৈ নে পাব অঃ মোৰ আই; মোৰ প্রিয় আই। অলপ দিনৰ পাচত এই সৰু চোআলিৰ মৰন ওচৰ চাপিলহি; কিন্তু মকেট চাহাব ওচৰত থাকোঁতে একেবাৰও তাই সংসই তাইৰ মনত নে দেখিলে। তথাপি এটা বৰ গধুৰ আৰু অসন্তোসৰ কথা তাইৰ মনত লাগি থাকিল আৰু তেঁও তাইৰ মৰনত উধহা মুখৰ পৰা জি অবসেস কথা সুনিলে, সেয়ে এই হাই হাই মোৰ প্রিয় আই। সিখাক

## গিয়ান ৰুপে বুধি দিয়া।

A Wise Answer

কোনো এজন পাদুৰি চাহাবৰ দদায়েকে কাবোবাৰ লগত বৰ বেজাৰ পাই থেৰেৰে কলে, মই কেতিয়াও অপৰাধ কৰাটক খেমা ন কৰোঁ। তাতে পাদুৰিএ সুধিলে, ধৰম সাস্ত্রে জি কই, তাক তুমি জনা নাই নে? দদায়েকে কলে, কিনো কৈচে, মই জনা নাই। “অগিয়ানি লোকৰ বিদয়তহে খঙ্গে নিবাস কৰে,” ধৰম সাস্ত্রে ইয়াকে বুলিচে। তাতে দদায়েকে বুলিলে, তেন্তে তুমি গৈ সেই মানুহত কোআ মই সকলোকে খেমা কৰিলোঁ, কিয়নো সেই মানুহক বা আনকে সন্তোস কৰাবলৈ মই অগিয়ানি ন হম।

## পৰিখা জই কৰা।

Joy in Temptation.

এটি হিন্দু লৰা খ্রিষ্টিয়ান ধৰম গ্রাজ্য কৰাত সি তাক পুনৰাই তিয়াগ কৰি আপোন পিত্রিৰ ধৰম জেন আকৌ ধৰিব, এই হেতুকে কোনোএ তাক এস ৰুপ দিলে। সেই কথাত সি কি উত্তৰ দিলে? পিতৰে চিমোন মায়াপিক জি উত্তৰ দিলে, সেই ৰুপে সিও আপোনাকে ৰুপ দিয়া মানুহটক সমিধান দি কলে, “তোমাৰ লগতে তোমাৰ ৰুপো নষ্ট হওক”। (পাঁ ৮: ২০।) তাতে জিটো সেই লৰাক খ্রিষ্টিয়ান ধৰম তিয়াগ কৰাবলৈ জতন কৰিচিলে, সি অতি বিস্মই মানি কলে, ইয়াৰ আগেএ জিটো লৰা আতি আচিলে, এতিয়া সি নিচয়ে বেলেগ হল, কিয়নো তাৰ মন আগতকৈ নির্ভই, সাহিয়াল, থিৰ আৰু চঞ্চল হল।



## চাপাখানাৰ বিবৰন।

**Description of the Printing Office.**

মাহে মাহে অৰুনোদই জেনে মতে পাই
তাৰ বিবৰন লিখোঁ জন্ত্ৰ সব চাই;
বহু বহু লোক আচে দেখিতে নে পাই,
অচম দেসত জানা এনে জন্ত্ৰ নাই।
এক গোটা পকি ঘৰ ইটাৰে কৰিচে,
ঠায়ে ঠায়ে বহু জন্ত্ৰ তাহাতে থাপিচে;
কোঁঠালি কোঁঠালি তাক দেখিবাক ভাল,
আৰ্চিৰ দুআৰ তাত দিচে চাৰি ফাল।
তাহাৰ ভিতৰে জন্ত্ৰ অনেক আচই,
আদি অন্ত নাহি তাৰ কত কৰ্ম হই,
আখৰ ঢলোআ জন্ত্ৰ অতি আচৰিত;
তাহাৰ ভিতৰে হই আখৰ ভুৰিত।
কেইচ নামে এক চাঙ্গ সাজিচে কাঠৰ,
খোটালি খোঁটালি ঘৰ তাহাৰ ওপৰ,
আদি অন্ত নাহি জত আখৰ আচই;
খোঁটালিৰ মাজে সব ভৰিয়া ৰাখই।
নানা দেসে নানা বাত্ৰা জত জত পাই,
ডাকেৰে সি সব কথা ইখানে পঠাই;
মাচুলক দিয়া পাচে তাহাক আনই,
জিতো কথা অতি ভাল তাহাক লিখই।
তাত জত কথা থাকে কম্পোচ কৰই,
মিচা কথা তাৰ মধ্যে কিচু নে লেখই,
ওপৰে কাগজ দিয়া আখৰ চাপই;
চাহাবক দিএ নিয়া তাহাক পৰ্হই।
পৰ্হি সুনি পাই তাত অনেক অসুখ,
কৰেক্ত কৰিয়া পাচে তাক কৰে সুখ;
এই মতে হলে পাচে কমক বাহুই,
হজুৰ হুকুম মতে তাহাক চাপই।
দুই খান সাল আচে সমস্তে লোহাৰ,
আৰু ভালেমান জন্ত্ৰ মাজত তাহাৰ;
তাহাৰ ওপৰে নিয়া আখৰক থই,
ফলত কালিক আনি ওপৰে ঘঁহই।
ওপৰে কাগজ দিয়া কলক ঘুৰাই,
দুই পাকে গৈই তাৰ ভিতৰে সোমাই,
এক চেপা দিলে তাত আখৰ বহই,
এক নিমিসতে চাৰি পাঁচ খন হই।
দুই এক দিনে জাক লিখিতে নোআৰে,
সিসব আখৰ জানা একে বাৰে পাৰে;
দুই পিঠি তিন কথা জানিবা নিচই,
সেই হেতু দুই বাৰ পুনৰ চাপই;
কাগজ চৌবিচ পাত দিস্তাতে থাকই,
তেনে এক কুৰি দিস্তা দিনতে চাপই;
অৰুনউদই মধ্যে নক্চা জত আচে,
দিনে দিনে চাৰি জনে তাহাক কাটিচে।
পাঁচ চই দিনে তাক তৈয়াৰ কৰই,
দুই এক বাৰ বিনে আৰু নি দিয়ই।
এহি ঘৰে কৰ্ম কাৰি প্ৰাই ত্ৰিচ জন,
আগ্যা অনুসাৰে সব কৰ্মক সাধন;
সবাৰ ওপৰে আচে এক অধিপতি,
জত কাম কৰে মানে তেঁওৰ অনুমতি;
তাহাৰ ভিতৰে কাম কৰে জত জন,
লিখিব পৰ্হিব পাৰে আনন্দিত মন।
ইশ্বৰৰ অনুগ্ৰহ পাই নিৰন্তৰ,
বয়সে সমান সব দেখিতে সুন্দৰ,
ধন্য ধন্য ইংৰাজিহে বুধিমান হই,
দেৱৰ নিৰ্মান কৰ্ম মানুহে কৰই।
আগে ৰজা গনে কৰে বহু প্ৰজা পাই,
জত কৰ্ম ইংৰাজিএ কলেৰে চলাই;
জিতো কাম বহু লোকে কৰিতে নোআৰে,
কল হেতু দুই তিনি জনে তাক কৰে।
অগাধ সাগৰে অবিলম্বে হই পাৰ,
সিসব কৰম দেখি অতি চমত্কাৰ,
সত্য গুনে ইশ্বৰৰ দায়া আচে পাই,
দেখা কেনে পুত্ৰৱত্তে প্ৰজাক পালই।
আমি সবে তাৰ কথা কি কহিব আৰ,
বুধিমন্ত জনে অন্ত নে পাৱন্ত জাৰ;
পাঠক পণ্ডিত সমে লোক দেখিয়োক,

কথা জদি মিচা হই নিন্দিবা মোহক ।
ঘণ্টা এক আছে সিংহা ঘৰ ওপৰতে;
নিতে নিতে বাজা কৰে প্ৰত্যেক ঘণ্টাতে,
এক প্ৰহৰৰ পথ তাৰ শব্দ জাই,
নিকটে থাকিতে কৰ্ন তাল মাৰে ভাই;
সেহি ঘণ্টা আনি আছে ভাটি দেস হৈতে,
চাৰি পাঁচ জনে মাত্ৰ পাৰই লাৰিতে;
ইংৰাজিৰ কিনো কৰ্ম দেখিয়োক ভাই,
অচম দেসতো এনেকুআ জন্ত্ৰ নাই ।
কোন বিধি কৰি দিলে জন্ত্ৰ নিৰুপন,
কোনে কহি অন্ত পাব তাহাৰ কথন;
ধন্য, ধন্য, ইঙ্গৰাজ কিনো বুধিমন্ত,
কোনো কালে এই মত ৰজা নহবন্ত ।
মোৰ জানা নিজ গ্ৰাম উত্তৰ পাৰত,
জন্ম ধৰি আচোঁ, মই আহোম কুলত;
মই অল্পমতি নৰ, দোস ন ধৰিবা,
জি সব অসুধ দেখা সমস্তো খেমিবা;
আত পৰে আন কথা নে পালোঁ ভাবিয়া
সংখেপে ৰচিলোঁ মাত্ৰ দয়াৰাম চেটিয়া ।



দায়ুদৰ গিত ।

A Psalm of David.

বিদেসিবিলাকে কিয় হুৰা মুৰা কৰে, আৰু লোকবিলাকে কিয় বিয়ৰ্থ চিন্তা কৰে? ২ য়িহোৱা আৰু তেওঁৰ অভিসিক্ত জনৰ অহিতে প্ৰিথিবিৰ ৰজাবিলাক উঠে, আৰু অধিকাৰবিলাকে এই ৰুপে আলচ কৰে, আঁহা, আমি সিবিলাকৰ বন্ধন চিঙোঁ, সিবিলাকৰ জৰি গুচাই পেলাওঁহক ।

৪ স্বৰ্গত থকা জি জন, তেওঁ হাঁহিব; প্ৰভুৱে সিইতক হাতাকৰ কৰিব । ৫ তেতিয়া তেওঁ সিইতত খঙেৰে কথা কব; মহা ক্ৰোধেৰে সিইতক বিয়াকুল কৰিব । ৬ মই আপোনাৰ ৰজাক চিওন পবিত্ৰ পৰ্বতত অভিসেক কৰিলোঁ ।

মই নিয়ম প্ৰকাস কৰিম, য়িহোৱাই মোত কলে, তুমি মোৰ পুত্ৰ, আজিএই মই তোমাক জনমালোঁ । ৮ মোত খোজা, তেহে তোমাৰ অধিকাৰ বাবলৈ আন দেসিবিলাকক, আৰু তোমাৰ ৰাজ সাসনলৈ প্ৰিথিবিৰ সিমালৈকে দিম । ৯ তুমি লোৰ দণ্ডেৰে সিইতক দমন কৰিবা, কুমাৰৰ ভাওৰ নিচিনাকৈ গুৰি কৰিবা ।

এই হেতুকে হে ৰজাবিলাক, গিয়ানৱন্ত হোআ; হে প্ৰিথিবিৰ সোধাৰু সকল, সিখ্যা লোআ । ১১ ভয়েৰে য়িহোৱাক সেৱা কৰা, আৰু কম্পনেৰে আনন্দিত হোআ । পুত্ৰই জেন খঙ ন কৰে, আৰু তেওঁৰ ক্ৰোধ অগ্নি লগতিলেই উঠাত তোমোলাক জেন পথত বিনাস নো হোআ, এই নিমিত্তে তেওঁক চুমা দিয়া । জিবিলাকে তেওঁত আস্ৰই লই, সেই সকলো ধন্য ।

---

ওপৰত থকা গিত দায়ুদ ৰজাৰ দোআৰাই তিনি হেজাৰ বচৰৰ আগেয়ে লিখা হল । সেয়ে প্ৰভু য়িচু খ্ৰিষ্টৰ পৰমাৰ্থিক ৰাজ্যৰ বিসয়ে হোআ ভবিস্যত বাক্য । এই কথাই চাৰি ভাগে প্ৰিথক কৰা হৈছে । প্ৰথম ভাগত প্ৰিথিবিৰ লোকে ইস্বৰৰ অহিত হোআ দেখা জাই; দুতিয় ভাগত মানুহে ইস্বৰক জিন কৰাৰ কথাত ইস্বৰে জেনেকৈ তালৈ মন কৰে তাকে আমি দেখিচোঁ । ত্ৰিতিয় ভাগত খ্ৰিষ্ট পিত্ৰিএ সৈতে একে ভাও হোআ দেখিচোঁ, আৰু একে সমান সক্তি হোআত তেওঁ আপোনাৰ সত্ৰুবোৰক দণ্ড কৰিব । আৰু চতুৰ্থ ভাগত প্ৰভুক প্ৰেম কৰি তেওঁৰ আগ্যা মানিবলৈ লোকবিলাকক উদগাইছে ।

এই জগতৰ মাজত জেতিয়া প্ৰজাবিলাকে আপোনাৰ ৰজাক ভাল নে পাই, তেতিয়া সি-

[illegible] উৰাহ আচৰে, আৰু যুধ কৰি বধি [illegible], তেন্তে ৰজাৰ পৰিয়ালক বধ কৰি [illegible] ৰজা পাতে। এই ৰূপেই মানুহবিলাকে আপোনাৰ অনন্ত অনাদি ৰজা ইশ্বৰৰ অহিতে উঠিচে বুলি ওপৰৰ সাস্ত্রিয় বচনে প্ৰকাস কৰিচে। ইশ্বৰৰ সাসনৰ পৰা আপোনাক মুক্তি কৰিবৰ নিমিত্তে ৰজা আৰু অধিকাৰবিলাকে গোট খাই আলচ কৰে। ইশ্বৰৰ অহিতে এনে বিৰোধ চিন্তা কৰা দেখি, সাৰ্গিয় ৰজাই অতি বিস্বই মানিলে। সেই নিমিত্তে তেঁও সুধিচে, কিয় হুৰা মুৰা কৰে? সিবিলাকে জি কৰম কৰে, সকলো বিফল হব; সিবিলাকে জদি ৰৰকৈ হুৰা মুৰা কৰে, ৰতাহৰ দোআৰাই জেনেকৈ সাগৰৰ ঢৌ ওপৰলৈ উঠত সাগৰৰ তিৰ ভাঙিব বুলি জনা হই, কিন্তু সেসে আপুনি মনে মনে বালিত মাৰ জাই, সেই ৰূপে সিইতৰ সকলো ক্ৰোধ বিফল হৈ জাব।

২ পদত খ্ৰিষ্টক তেঁওৰ অভিসিক্ত জন বুলি মতা হৈচে।

মানুহবিলাকে ইশ্বৰক জেনেকৈ খ্ৰিষ্টৰ অহিতেও তেনেকৈ বিৰোধ চিন্তা কৰে, স্বৰগত ইশ্বৰৰ সিংহাসন আচে, সেই নিমিত্তে প্ৰিথিবিত মানুহবোৰে জি জি কৰে, সি ইশ্বৰৰ সিংহাসন চুব নোআৰে। কিয়নো মানুহে তাক জোকাৰি লুটিয়াবলৈ সেই সিংহাসন অতি দুৰৈ। ইশ্বৰে আপোনাৰ সিংহাসনত বহি প্ৰিথিবিৰ ওপৰত জি জি কৰম কৰা হই' সেই সকলোকে দেখি আচে। তেঁও মানুহলৈ ভই ন কৰে, কিয়নো মানুহ জে অতি নিৰ্বলি লোক তাক তেঁও জানে। সেই হেতুকে সিইতে তেঁওৰ বিৰোধে উঠাত তেঁও কেৱল হাঁহেহে, কিয়নো তেঁওৰ ইচা হলে সিইতক একে খেনতে গুৰি কৰিব পাৰে। জি মানুহ বন্দিসালত পৰি গধুৰ সিকলিৰে হাত ভৰি বন্ধা হোআত পলাব খুজি, তাৰ লগৰিয়াক কৈ বোলে, আহা, আমি এই লোহাৰ সিকলি ভাঙি পলাই জাওঁ, কিন্তু সি কেনেকৈ লোহা ভাঙিব পাৰিব? সেই মানুহত কৈও আমি কোনো ৰূপে ইশ্বৰৰ সাসনৰ পৰা হাত সাৰিব নোআৰোঁ।

ইশ্বৰে কেৱল মানুহৰ অগিয়ান কৰমত হাঁহে এনে ন হই, কিন্তু সিবিলাকৰ পাপৰ কাৰনে সাস্তিকো দিব। তেঁও আপোনাৰ খঙেৰে সিইতক কথা কব, আৰু অগ্নিৰূপ ক্ৰোধেৰে সিইতক বিয়াকুল কৰিব; পাপি লোকলৈ ইশ্বৰৰ বাক্য মেঘৰ গৰ্জনৰ দৰে ভয়ঙ্কৰ হব, আৰু জেতিয়া তেঁও মাত লগাই, তেতিয়া মানুহে কি কৰিব পাৰিব? একো কৰিব নোআৰে।

ইশ্বৰে জি জি কৰিব খোজে, তাকে তেঁও আপোন গিয়ানৰ দোআৰাই কৰে। তেঁওৰ জদি কোনো কৰম কৰিব লাগে, তেতিয়া কাকো নো সোধে, কিয়নো তেঁও সকলোৰে ওপৰ। গোটেই খান জগতে মান্য কৰিবৰ হেতুকে তেঁও এজনক অভিসেক কৰিলে; সেই জনা ৰজাৰ সিংহাসন পবিত্ৰ চিওন পৰ্বতৰ ওপৰত অৰ্থাত স্বৰগত আচে। সেই ঠাইতে ৰজাই নিবাস কৰি প্ৰিথিবিৰ সকলো দেসক সাসন কৰিচে, তেঁৱে মহা ৰজা, ৰজাৰো ৰজা, প্ৰভুৰো প্ৰভু, সেই ৰজাই ইশ্বৰৰ পুত্ৰ খ্ৰিষ্ট।

৭ পদত প্ৰভু খ্ৰিষ্টে কৈচে, মই নিয়ম প্ৰকাস কৰিম, অৰ্থাত ইশ্বৰে জি নিয়ম থাপন কৰিলে; সেই নিয়মেই এই, তুমি মোৰ প্ৰিয় পুত্ৰ, আজিএই মই তোমাক জনমালোঁ। এইবিলাক কথা অতি গোপনিয়, ইয়াতে ইশ্বৰ আৰু খ্ৰিষ্ট একে সম ভাও হোআৰ প্ৰমান দেখাইচে। এই নিয়ম ইশ্বৰ আৰু খ্ৰিষ্টৰ মাজত অনাদি কালৰে পৰা থাপন কৰা হল, ইয়াক মানুহে বুজিবলৈ অতি কঠিন। খ্ৰিষ্টে আপোনাৰ প্ৰানৰ দোআৰাই জি প্ৰাচিত কৰিলে, সেই প্ৰাচিতৰ বিসয়ে এই কথা দেখা জাই। ইশ্বৰে আমাৰ প্ৰভুক জি গোটেই খন জগতকে তেঁওৰ ৰাজ্য হবলৈ প্ৰতিগ্যা কৰিলে, সেযে নিয়মৰ এক ভাগ, খ্ৰিষ্টে মানুহৰ প্ৰাচিত দান কৰিবলৈ সম্মত হোআ, সেযে নিয়মৰ দুতিয় ভাগ। জি কালত সকলো প্ৰিথিবিৰ লোক খ্ৰিষ্টিয়ান হৈ বিস্বাসি আৰু প্ৰেমেৰে আমাৰ প্ৰভুক সেৱা কৰিব, সেই কাল আহিচে।

জিবিলাকে তেঁওৰ আগ্যা নে মানে, সেই-বিলাকৰ কি গতি হব? ইশ্বৰে এই বিসয়ে খ্ৰিষ্টক কৈছে, তুমি লোৰ ডণ্ডেৰে সিইতক দমন কৰিবা, কুমাৰৰ ভাণ্ডৰ নিচিনাকৈ গুৰি কৰিবা। অৰ্থাত জদি যেসব লোকে তোমাৰ আগ্যা নে মানে, তেন্তে সিইতক দণ্ড কৰিবলৈ মই তোমাক সক্তি দিছোঁ।

ইশ্বৰৰ সক্তি অতি ভয়ঙ্কৰ, সেই কাৰনে অতিসই ৰূপে ভই কৰিব পাই, কিয়নো কোনে তেঁওৰ সক্তি জই কৰিব পাৰে?

এই কথাৰ যোআৰাই মানুহে ইশ্বৰৰ অহিত ন হৈ তেঁওক প্ৰেম ভক্তি কৰিবলৈ উদগোআ হৈছে; আৰু জদি সিবিলাকে ইশ্বৰৰ বিৰোধ হই, তেও তাত একো লাভ নে পাই, কেৱল মহা দুখ আতনাহে পাব। তাতে ইশ্বৰে কৈছে, এই হেতুকে গিয়ানৱন্ত হোআ, তেঁওক অৰ্থাত প্ৰভুক চুমা দিয়া। চুমা দিয়াতে তেঁওৰ বস হোআৰ অৰ্থ বুজাই।

হে পাঠক সকল, জিবিলাকে তেঁওত আস্ৰই লই, সেই সকলো ধন্য, এই কথাই নিচেই সত্য; খ্ৰিষ্টৰ অহিত হোআত কোনো লাভ ন হই, কিন্তু তেঁওত আস্ৰই ললে অতি লাভ হব। সেই নিমিত্তে গিয়ানৱন্ত হোআ, দেও দেৱি আৰু মহম্মদৰ সেৱা এৰি, কেৱল সত্য আৰু জিৱন্ত পৰম ইশ্বৰৰ সেৱা কৰা, তাতে তোমোলাক ধন্য হবা।



"Time shall be no longer."—Rev. x. 5, 6.

কাল পলম আৰু ন হব, প্ৰকাসিত ভবিস্যত বাক্যৰ ১০ আধ্যা ৭ পদ।

## কৰ্নিলিয় আৰু পিতৰৰ দৰ্সন।

The dreams of Peter and Cornelius.

কৈচৰিয়া নগৰত ইতালিয়া নামে বনুআ হজৰ কৰ্নিলিয় নামেৰে এজন সইকিয়া আছিল। তেঁও ধৰ্মৱন্ত হৈ আপোনাৰ ঘৰৰ সকলোএ সৈতে ইশ্বৰলৈ ভই কৰিলে, আৰু মানুহবিলাকক ভালেমান দান দি ইশ্বৰৰ আগত সদাই প্ৰাৰ্থনা কৰি থাকিল। এদিন তিনি পৰিয়া মান বেলিত তেঁও নিচই ৰূপে দৰ্সনত এনে দেখিলে, ইশ্বৰৰ দুত এজন তেঁওৰ ওচৰলৈ আহি কলে, হে কৰ্নিলিয়। তাতে তেঁওক দেখি ভই হৈ বুলিলে, হে প্ৰভু কি? তেতিয়া দুতে তেঁওত কলে, তোমাৰ প্ৰাৰ্থনা আৰু দান ইশ্বৰে সুঁৱৰিবৰ নিমিত্তে তেঁওৰ আগলৈ উঠি আছে। এতিয়া য়াফো নগৰলৈ মানুহ পঠাই, সাগৰৰ তিৰত চিমোন নামেৰে এক মুচিয়াৰৰ ঘৰত আলহি হৈ থকা চিমোন, আৰ প্ৰখ্যাত নাম পিতৰ, তেঁওক মতোআ। কৰ্নিলিয়ত কথা কোআ দুত গলত, তেঁও আপোনাৰ ঘৰৰ দুটা বন্দি আৰু তেঁওৰ আল ধৰা বনুআৰ মাজৰ ধৰমি এজনক মাতি আনি, এই সকলো কথা কৈ সিবিলাকক য়াফোলৈ পঠালে।

পাচ দিনা সিইতে সে নগৰৰ ওচৰ পাওতেই, পিতৰে দুপৰ মানত প্ৰাৰ্থনা কৰিবলৈ চালিৰ ওপৰত উঠি আছিল। এনেতে তেঁওৰ ভোক লাগিলত খাবলৈ ইচা কৰিলে; কিন্তু মানুহে তাত জুগুত কৰোঁতে তেঁও মুৰ্চিত হৈ পৰিল। তাতে স্বৰ্গৰ দুআৰ মুকলি হৈ, বৰ কাপৰৰ নিচিনা চাৰি চুকত জোৰা এখান পাত্ৰ তেঁওলৈ নামি প্ৰিথিৱিত পৰিবৰ দেখিলে। তাৰ মাজতে প্ৰিথিৱিৰ সকলো বিধ ঘৰচিয়া পশু, বনৰিয়া পশু, বগাই ফুৰা জন্তু, আৰু আকাসৰ চৰাই আছিল। পাচে হে পিতৰ, উঠি মাৰি খোআ, তেঁওলৈ এনে আকাসি বানি হল। তাতে পিতৰে উত্তৰ কৰিলে, হে প্ৰভু এনে ন হই, কিয়নো মই একো বৰ্জিত বা অসুচি বস্তু কেতিয়াও খোআ নাই। তাতে পুনৰ বাৰ আকাসি বানি তেঁওত কলে, ইশ্বৰে জিহকে সুচি কৰিলে, তাক বৰ্জিত বু বুলিবা। এই

ৰূপে তিনি বাৰ হলত সেই পাত্ৰ আকৌ সৰগলৈ তুলি নিয়া হল।

জি দৰ্শন পালে তাৰ কি অৰ্থ, ইয়াকে পিতৰে মনত সংসই কৰি থাকোঁতেই দেখা, কৰ্ণিলিয়ই পঠা মানুহবিলাকে সুধি সুধি চিমোনৰ ঘৰ পাই, দুআৰ মুখত থিয় হৈ মাত লগাই সুধিলে, জাৰ প্ৰখ্যাত নাম পিতৰ, সেই চিমোন ইয়াত আছে নে? আৰু পিতৰে সেই দৰ্শনৰ কথা ভাবি থাকোঁতেই আত্মাই তেঁওত কলে, দেখা, তিনি জন মানুহে তোমাক বিচাৰিছেহি; তুমি উঠি নামি, একো সংসই ন কৰি সিবিলাকে সৈতে জোৱা, কিয়নো মইহে সিবিলাকক পঠিছোঁ। তেতিয়া পিতৰে নামি সেই মানুহবিলাকত কলে, তোমোলাকে জাক বিচাৰিছা, সেয়ে মই, দেখা; তোমোলাক কি নিমিত্তে আহিলা? তাতে সিবিলাকে কলে, কৰ্ণিলিয় নামে ধৰ্ম্মবন্ত আৰু ইশ্বৰক ভই কৰোঁতা, আৰু যিহুদা দেসৰ সকলো মানুহৰ আগত জসস্যা পোৱা, এনে এজন সইকিয়াই তোমাক আপোনাৰ ঘৰলৈ মাতি আনি, তোমাৰ পৰা কথা সুনিবলৈ ধৰম দূতৰ মুখে আদেস পালে। তেতিয়া পিতৰে সিবিলাকক ভিতৰলৈ মাতি নি, আলহি ৰূপে ৰাখিলে। পাচ দিনা তেঁও সিবিলাকে সৈতে জোৱাত য়াফোত থকা ভায়েক গোটা চাৰেকো তেঁওৰ লগত গল।

তাৰ পাচ দিনা সিবিলাকে কৈচৰিয়াত সোমাবৰ বেলিত কৰ্ণিলিয়ই আপোনাৰ গিয়াতি ইষ্ট মিত্ৰিৰক মাতি আনি একে ঠাই কৰি, সিবিলাকলৈ বাট চাই আছিলে। পাচে পিতৰে ঘৰ সোমাবলৈ ধৰাত কৰ্ণিলিয়ই তেঁৱে সৈতে দেখা দেখি হৈ তেঁওৰ চৰনত পৰি সেৱা কৰিলে। তেতিয়া পিতৰে তেঁওক তুলি কলে, উঠা, মৰো মানুহহে। পাচে তেঁৱে সৈতে কথা হৈ ঘৰত সোমাই গৈ, বহু মানুহক দেখি সিবিলাকত কলে, বিদেসি লোকে সৈতে লগ লোৱা, নাইবা তাৰ ঘৰলৈকে জোৱা, য়িহুদি মানুহলৈ নিষেধ আছে, ইয়াক তোমোলাকে জানা, কিন্তু কোনো মানুহক বৰ্জ্জিত বা অসুচি বুলিবলৈ ইশ্বৰে মোক দেখালে। এই নিমিত্তে মোক মাতিলতে একো সংসই ন কৰি তোমোলাকৰ ওচৰলৈ আহিলোঁ; এতেকে সুধিছোঁ, তোমোলাকে মোক কিহলৈ মাতিলা? তেতিয়া কৰ্ণিলিয়ই বুলিলে, আগৰ চাৰি দিনৰ দিনা এতে বেলিলৈ লঘোনে আছিলোঁ; তাতে তিনি পৰিয়া হলত ঘৰত প্ৰাৰ্থনা কৰোঁতেই দেখা, বগা কাপৰ পিন্ধা এজনে মোৰ আগতে থিয় হৈ এই কথা কলে, হে কৰ্ণিলিয়, তোমাৰ প্ৰাৰ্থনা সুনা গৈছে, আৰু তোমাৰ দানো ইশ্বৰৰ মনত পৰিছে। এই হেতুকে য়াফোলৈ মানুহ পঠাই সাগৰৰ দাঁতিত চিমোন নামেৰে এক মুচিয়াৰৰ ঘৰত আলহি হৈ থকা চিমোন, জাৰ প্ৰখ্যাত নাম পিতৰ, তেঁওক মতাই আনা; তেঁও আহি তোমাত কথা কব। এই নিমিত্তে তেতিয়াই তোমালৈ মানুহ পঠালোঁ; তুমি জে আহিছা, ভাল কৰিছা; এতেকেই ইশ্বৰে জি জি কথাৰ আজ্ঞা তোমাক দিছে, তাক সুনিবলৈ আমি সকলো ইশ্বৰৰ আগত গোট খাই আছোঁ।

তেতিয়া পিতৰে মাত লগাই কলে, ইশ্বৰে মানুহৰ মুখ চোৱা ন হই, কিন্তু জি কোনো দেসৰ মানুহ হওক তেঁওক ভই কৰি পুন্য কৰম কৰে, এনে মানুহক ইশ্বৰে গ্ৰহন কৰে, ইয়াৰ নিচই বুজ পালোঁ। য়োহানে বুৰ দিওআৰ কথা কিৰ্ত্তন কৰাৰ পাচত গালিলৰ পৰা গোটেই য়িহুদা দেস ধৰতে সকলোৰে প্ৰভু য়িচু খ্ৰিষ্টৰ দোৱাৰাই, ইশ্বৰে ইস্ৰাএলৰ বংসৰ আগত জি কুসলৰ কথা কিৰ্ত্তন কৰোৱাই পঠালে, তাকে তোমোলাকে জানি আছা। সেই কথা এই, ইশ্বৰে নাচৰিয়া য়িচু খ্ৰিষ্টক পবিত্ৰ আত্মা আৰু মহিমাৰে অভিসেক কৰিলত, তেঁও ঠায়ে ঠায়ে ফুৰি সত্ত কৰম কৰি, চইতানৰ পৰা দুখ পোৱা সকলোকে ভাল কৰিছিলে; কিয়নো ইশ্বৰ তেঁওৰ সহাই আছিল। আৰু য়িহুদা দেস আৰু য়িৰুচালমত তেঁও জি জি কৰম কৰিছিল, সেই সকলো কৰমৰ সাখি আমি আছোঁ। তেঁওক মানুহবিলাকে কাঠত তুলি আৰি বধ কৰিলে;

কিন্তু তিন দিনৰ দিনা ইশ্বৰে তেঁওক তুলি প্ৰকাস ৰূপে দেখুআলে। আটাই মানুহৰ আগত ন হই, কিন্তু মৰনৰ পৰা উঠিবৰ পাচে তেঁৱে সৈতে ভোজন পান কৰা ইশ্বৰৰ মনোনিত সাখি জি আমি, আমাৰ আগতহে দেখুআলে। আৰু জিয়া মৰা দুইবো সোধ কৰিবলৈ ইশ্বৰে জি জনক নিয়োজন কৰিলে, তেঁৱেই সেই জন, এই কথা মানুহত কবলৈ আৰু প্ৰমান দিবলৈ তেঁও আমাক আগ্যা কৰিলে। আৰু তেঁওত জি মানুহে বিশ্বাস কৰে, সেই মানুহে তেঁওৰ নামেৰে পাপৰ পৰা মুক্তি পাব, এই কথাতে সকলো ভবিস্যত বক্তাই তেঁওলৈ সাখি হৈছে।

## হিন্দু লৰাৰ উত্তম উত্তৰ।

A Hindu Boy's wise reply.

ভাৰত বৰিসত থকা এজন মিস্যনেৰি চাহাবে হিন্দু লোকৰ ৰথ জাত্ৰাৰ কালত সুত বাত্ৰা কিৰ্ত্তন কৰি আছিল, তাতে চাহাবৰ কথা সুনা লোকৰ মাজত ১২। ১৩ বচৰ বয়সিয়া এটি সৰু লৰাক তেঁওৰ কথালৈ বৰকৈ মন দি সুনি থকা দেখিলে। কেতবিলাক মানুহে ইটে সিটে সুধিছে, ইয়ালৈ কি কাৰনে এই মানুহবিলাক আহিছে, তাতে কোনোএ বুলিলে মুৰ্ত্তি আৰু ৰথ দেখিবলৈ আহিছোঁ। তেতিয়া সেই লৰাটিএ নমু কিন্তু সাহ ৰূপে সিবিলাকক সুধিলে, বোলে, তোমোলাকলৈ মুৰ্ত্তি আৰু ৰথ দেখাতে কি উত্তম কৰম হব পাৰে? এই কথা নিচই ঠিক, কিন্তু সিবিলাকে তাৰ উত্তৰ দিবলৈ অতি কঠিন হৈছিল। সেই কাৰনে সিবিলাক সকলোএ ঘুৰি সবালৈ চাই থাকিল; আৰু কেতবোৰে নিন্দা কৰিবৰ হেতুকে লৰাক কলে, সি খ্ৰিষ্টিয়ান হলেই ভাল। কিয়নো খ্ৰিষ্টিয়ান মানুহ প্ৰিথিবিৰ ভিতৰত অতি দুষ্ট লোক বুলি হিন্দু লোকে ভাবে, আৰু তাৰ নাম সুনিলেও নিন্দা কৰে। তথাপি সেই লৰাটিএ ভই ন কৰি কেৱল ইয়াকেহে কলে, মই তাকে কৰিবলৈ বাঞ্চা কৰোঁ। এই সৰু হিন্দু লৰাৰ নিচিনাকৈ খ্ৰিষ্টৰ নিমিত্তে অৰুণোদই পঢ়া কিমান লৰাই এনে সাহ দেখাব পাৰে?

## সূৰ্জ্জ চন্দ্ৰ আৰু তৰাবিলাকৰ বেৱস্থা।

The Solar System.

Part I.

Introduction.

জি জি বিদ্যা মানুহৰ সিখ্যাৰ আৰু বিচাৰ পৰ কৰাৰ প্ৰয়োজন হই, সেই সেই বিদ্যাৰ মাজত জোতিস বিদ্যা লাভ দিঁওতা আৰু মনক আনন্দ কৰোঁতা। সূৰ্জ, চন্দ্ৰ আৰু তৰাবিলাক কেনেকৈ ঘুৰিছে, কিমান ডাঙৰ, ইটৰ সিটৰ পৰা কিমান দুৰৈ, সিইঁতৰ বেলেগ বেলেগ দৰ্সন, জি ভাৱে সিইঁত আপোন আপোন গতিৰে ঘুৰে, আৰু প্ৰিথিবি, আকাস হোআৰ কাৰন কি, তাকে এই বিদ্যাৰে বুজা জাই। এই বিদ্যাৰ কথা অতি ভাৰি আৰু আচৰিত। পুৰ্ব কালত ইয়াৰ অৰ্থ অলপমান জনাত মানুহে জি ভাবিছিল, এতিয়া তাতকৈ অধিক জনাত, লোকবিলাকৰ গিয়ান বাঢ়ি বাঢ়ি আছে। এই বিদ্যা ন জনাবিলাকেও বিস্মই মানি মন দিছে। আকাসত থকা তৰাবিলাকক চকুৰে দেখিলে জেনে বুজা জাই, তাতকৈ অধিক ডাঙৰ হোআত, সিইঁতৰ অগন্য লেখ, সিইঁত কিমান বেগি আৰু সিইঁত বাটত ঘুৰাৰ সক্তি, কোটি কোটি মাইল ইটে সিটৰ পৰা দুৰ হলেও সিইঁতক টানি অনাৰ কি গুন, আৰু ইশ্বৰে সিইঁতক সুজাৰ সেলত জি গুন ওলাব, এই আটাই কথা মনত ভাবি, বিস্মই মানি, আমি সুখেৰে এই বিদ্যা সিকিম।

আকাসে সকলোকে এটা সুন্দৰ দৰ্সন দেখাই। ইয়াৰ সিমা ন জনা প্ৰিথিবিৰ চাৰিওফালে থকা আৰু তাৰ ওপৰত থাপন হোআ জেন দেখে, এনে ভয়ঙ্কৰ গোলাকাৰ মেৰ আমি দেখোঁ। জদি ৰাতিৰ চাঁ এই প্ৰিথিবিত পৰে, তেতিয়া বহুত চাকিৰ নিচিনাকৈ তৰাবিলাকে দেখা দি বিসুমৰ চলনেৰে গৈ, বেলেগ সময়ত বেলেগ ৰূপ দেখাই, কোনো কোনো বেগে বেগে,

কোনো কোনো লাহে লাহে চলে, ইয়াকে দেখি, আমি আচৰিত ভাবি, ইস্বৰক ভই আৰু আদৰ কৰিবলৈ আমাৰ মন জাই। জলৈ তলৈ আমি জাঁও, মাটিত হওক, বা সাগৰত, এই আকাস মণ্ডলে প্ৰিথিবিক বেৰি আছে; হেজাৰ হেজাৰ মাইল ফুৰিলেও সদাই একে দেখিম; আৰবৈলে ধৰাৰ কালত জেনে, দুৰৈতো তেনে। আমাৰ চকুএ আকাস দেখে, কিন্তু আমাৰ মন অসন্তোস পাই জিহৰ অৰ্থ আৰু সুধিব নোআৰে, উত্তৰো নে পাই, তালৈকে আমাৰ চিন্তা নিৰ্য়া হব।

এই সক্তি ৰূপ ভয়ানক আকাসৰ আদি অন্ত কত, ওৰ কিমান, ইয়াক বুধিএৰে জুখিব পাৰে নে? নাইবা মানুহে লেধ আৰু নকচাৰে ইয়াৰ দিঘল বহল জনাব পাৰে নে? আকাসৰ সিমালৈ প্ৰানিবিলাকৰ একন পৰিখা কৰিবলৈ উৰি গৈ-চিলে নে? দূতবিলাকে আকাসৰ পথালি জোখ কৰিলে নে? আকাসৰ বাট কত, তাক বিচা-ৰিলে নে? জি ঠাই সুজনৰ বাহিৰ, জত ইস্ব-ৰৰ মহিমা জনা নাই, এনে ঠাই নো আছে নে! জি থানত আদি নাই সেসো নাই, সেই থানত ইস্বৰৰ সক্তি জনা জাই নে নে জাই? স্বৰগ আৰু প্ৰিথিবি, জি আচৰিত স্ৰিষ্টি, এয়ে সমাপ্ত হল নে? ইস্বৰৰ সৰ্ব সক্তি গুনে এতি-য়ালৈকে সুজি আছে নে? এতিয়ালৈকে ন সুজা বস্তু আমাৰ দৰ্সনৰ ভিতৰ হৈছে নে? এই প্ৰস্নবিলাক সুধিবলৈ, আৰু উত্তৰ পাবলৈ জোতিস বিদ্যাই আমাৰ মন সন্তোস কৰিবলৈ উপাই দিছে।

এই বিদ্যা ধৰমৰ বিসয়েও সমন্ধ আছে। একন জসস্যা পোআ কবিএ সত্য ৰূপে কৈছে বোলে, জোতিসিয়া জন অধৰমি হলে তাৰ কৰম বলিয়া হই। তৰাবিলাকৰ থাপনা আৰু থিৰ চলনেই একন ইস্বৰ আছে বুলি আৰু তেঁওৰ গিয়ান সক্তিৰো নিসংসই ৰূপে প্ৰমান দিছে।

আকাস মণ্ডলৰ তাসা নো হোআতো নিসমৰ চলনেৰে প্ৰিথিবিৰ চাৰিও ফালে ঘুৰি সৰদ সু-সুনিলেও তেও আকাসৰ বাট গোটেই জগ-তত জনা জাই, আৰু সিইঁতৰ কথাও প্ৰিথিবিৰ সিমালৈকে বুজা জাই। সিইঁতে আটাই দৰ্সন কৰাবিলাকক জনাইছে, জেয়ে ইয়াক নিৰ্মান কৰিলে, সেই জনেই ইস্বৰ। তেঁওক সুঁঅৰিবৰ-লৈ ধৰম সাস্ত্ৰত অনেক কথা লিখা আছে। আকাসে ইস্বৰৰ হাতে কৰা কৰম দেখুআই অৰ্থাত তেঁওৰ গিয়ান, সক্তি ক্ৰিপা জগতত নিবাস কৰাবিলাকক বুজাইছে। দিনে দিনলৈ কথা কই, ৰাতিএ ৰাতিলৈ গিয়ান প্ৰৌচিক কৰে। জত সিবিলাকৰ উপদেস সুনা ন হই, এনে একো কথা বা মাত নাই, সিবি-লাকৰ বাত্ৰা সকলো প্ৰিথিবিলৈ গৈছে। স্বৰগ-বিলাকে তেঁওৰ ধৰম প্ৰচাৰ কৰে, আৰু আ-টাই মানুহে তেঁওৰ মহিমা দেখে। ওপৰ-লৈ চাই দেখা, এই তৰাবিলাকক কোনে সুজি-লে? তেঁও আকাসৰ সৈন্যবিলাকক সংখ্যাৰ অনুসাৰে চলাই, আৰু সিবিলাকক প্ৰিথক প্ৰিথক নামেৰে মাতে; তেঁওৰ মহা বল আৰু পৰাক্ৰমৰ প্ৰতাপত সিইঁতৰ এটায়ো আপো-নাক লুকুআই ৰাখিব নোআৰে!

সকলোৰে ওপৰত থকা ইস্বৰৰ সুজা বস্তু-বিলাকক বিবেচনা কৰিবলৈ আমাৰ উচিত, আৰু ইস্বৰৰ গৌৰও অধিক উত্তম ৰূপে বুজি তেঁওৰ নাম আদৰ আৰু ধন্যবাদ কৰিবলৈ জি আকাসৰ তৰাবিলাক তেঁওৰ সক্তিৰ গুন দেখাই, সেইবোৰৰ গুন আমি বিসেসকৈ বি-চাৰি দেখোঁইক।

আকাসে জি জি দেখাই, তাৰ টিল টিল কথাবিলাক তোমোলাকক বুজাবলৈ এই সৰু পুথি লিখিবলৈ ধৰিচোঁ।

আকাসৰ ওপৰত আৰু প্ৰিথিবিৰ তলত জি জি আচৰিত সুজন আমি দেখি আচোঁ, তাক ভাল মনেৰে বিবেচনা কৰিবলৈ আমালৈ উচিত। সকলো মানুহবিলাকে আদৰ কৰি-বৰ জোগ্য হোআ জি ইস্বৰ, তেঁও হওক বুলি-লত সকলো হল। তেঁওৰ আগ্যাত স্বৰগ আৰু প্ৰিথিবি থাপন কৰা হল। তেঁও সকলোকে সুজি অতি বেগ চলনেৰে চলাইছে, তেঁও আ-মাৰ ইস্বৰ, প্ৰভু য়িচু খ্ৰিষ্টৰ দোআৰাই আমাৰ পিত্ৰি, আৰু অনন্ত কালৰ ত্ৰান কৰোঁ-তাও হই।

## পৰ্বতবোৰৰ বিবৰণ।

A General Account of Mountains.

প্ৰিথিবিৰ ওপৰত তিনি সাৰি অতি অদ্ভুত পৰ্বত আচে, অৰ্থাত ভাৰত বৰিসৰ মাজত হিমালই, দখিন আমেৰিকাত আন্দিচ, ইউৰপত আল্পচ্ পৰ্বত। এইবোৰত বাজে আৰু বহু সৰু সৰু পৰ্বতো আচে; বিসেসকৈ ইতালি দেসত আপেনাইন্স, অষ্ট্ৰিয়াত কাৰ্পাথিয়ান, ফ্ৰান্স আৰু স্পেইন দেসত পাইৰিনিচ্; ৰুচিয়াত উৰাল আৰু কাওকাচচ্ পৰ্বত; উত্তৰ আমেৰিকাত সিলামই পৰ্বত; হিম পৰ্বত, আট্লাচ্ পৰ্বত আৰু চন্দ্ৰৰ পৰ্বত আফ্ৰিকাত আচে; কুএন্লুন, থিয়াঙ্কান পৰ্বত চিনা দেসৰ মাজত আচে। অচম দেসতো নগা পৰ্বত আদি আন বহু পৰ্বতো আচে।

কোনো মানুহে ভাবে, অদি পৰ্বতবোৰ নো হোৱা হলে, তেন্তে জন্তু আদি গচ গচনি পানিৰ বিনে মৰিলহেঁতেন; কিয়নো জি তাৰৰ আৰু তাপ বতাহৰ দোআৰাই উৱাই নিএ সেই আটাইকে পৰ্বতৰ টিঙে ধৰে, তাতে সমান থলত জিমান পানি ন পৰে, পৰ্বতত সিমান সৰহ পানি পৰে। আমি জানিচোঁ, জি সকল ডাঙৰ নদি আচে, সেই আটাইবোৰ পৰ্বতৰ মাজৰ পৰা আহিচে, আৰু জিমান ডাঙৰ পৰ্বত হই, তাৰ পৰা বৈ অহা নদিবোৰো সিমান ডাঙৰ হৈ আছে। সেই ৰূপে গঙ্গা, ব্ৰহ্মপুত্ৰ, আৰু আন অনেকো ডাঙৰ হিমালই পৰ্বতৰ পৰা আহিচে; আন্দিৰ পৰা আমেজন, আৰু চন্দ্ৰ পৰ্বতৰ পৰা নাইগিৰ নদি আহিচে।

জি মানুহে এনে ওখ পৰ্বতত উঠে, সি উঠোঁতে উঠোঁতে জাৰো ক্ৰমেৰে টান পাই জাই; গচ গচনিবোৰো সেই ৰূপে সকলো নষ্ট হই, পাচে তাৰ আটাইৰে ওপৰত হিমে ঢাকি থবে। জি মানুহে তাত উঠে, সি ক্ৰমেৰে জাৰ টান পোআত আটাইবোৰ কাঁপৰ গাত লই; আৰু


A distant View of Mountains.

সেই ৰূপে জিটো মানুহ পৰ্বতৰ ওপৰৰ পৰা তৈয়ামলৈ নামি আচে, সিও ক্ৰমেৰে তললৈ নামি আহোঁতে ঘাম অধিক পোআত গাৰ পৰা কাপৰকে গুচাই।

কোনো ওখ পৰ্বতৰ পৰা জুইৰে মিহলি হোৱা ধুঁআ, আৰু চাই ওলাই।

দখিন আমেৰিকাৰ পৰ্বতত উঠা একজন লোকে এই ৰূপে তাৰ কথা লিখিচে, "মই অতি টান জাৰ আৰু ভয়ানক ধুমুহাৰ দোআৰাই বৰ দুখ পালোঁ। আকাস প্ৰাই সকলো কালতে বৰ কুঁৱলিৰে ঢকা হৈ আচিল; কিন্তু জেতিয়া কুঁঅলি গুচি মুকলি হল, তেতিয়া মেঘবোৰ মোৰ তললৈ আহিল, তাতে গোটেই মেঘবোৰক এক সাগৰৰ নিচিনা, আৰু পৰ্বতো তাৰ মাজত থকা মাজুলিৰ নিচিনা দেখা গল। জেতিয়া মেঘবোৰ মোৰ তলত আচিল, তেতিয়া মই অতি ভয়ঙ্কৰ সবদ সুনিলোঁ; আৰু মোৰ ভৰিৰ তলত মেঘৰ গৰ্জন, বিজুলি বিদিত হোআ মই দেখিলোঁ"।

তিব্বেত দেশৰ ধৱলগিৰি পৰ্ব্বত . . . .
হিমালই পৰ্ব্বতত্তকৈ ওখ ১৮,৩০০ হাত
দখিন আমেৰিকাৰ চিম্বৰাজ . . . .
আৰু আন্দিচ পৰ্ব্বত " ১৪,২৯৪ ,,
পাচিফিক সমুদ্ৰৰ হাৱেই . . . . .
মাৱুনিৰ কাআত পৰ্ব্বত " ১৪,০৮০ ,,
দখিন আমেৰিকাৰ পটচি . . . . .
পৰ্ব্বত . . . . . . " ১৫,০০০ ,,
উত্তৰ আমেৰিকাৰ মাউন্ত . . . . .
চেইন্ত এলিঅচ পৰ্ব্বত " ১১,৯০০ ,,
চিনা দেশৰ হামৰ পৰ্ব্বত " ১০,০০০ ,,
ইউৰপৰ মাউন্ত ব্লেঙ্ক পৰ্ব্বত " ৯,৭৮৪ ,,
ইউৰপৰ তপত জোল ওলোআ . . .
এট্‌না পৰ্ব্বত . . " ৭,৩০২ ,,
তপত জোল ওলোআ হেক্লা পৰ্ব্বত ৪,০০০ ,,
তপত জোল ওলোআ ৱেচুবিয়চ পৰ্ব্বত ১,৪০০,,

## এটা চিকাৰি আৰু সিয়াল।

The Hunter and Jackall—A Fable.

এটা চিকাৰি এধান হাবিতে পহু মাৰিবলৈ গৈ, এটা বৰ বৰা আৰু এটা হৰিনা পহু মাৰিলে। পাচে এই দুটাৰে তাৰৰ ভাৰৰ হেতুকে লৈ আহোঁতে বাটত গুধুলি হল; চিকাৰি লোভতে বৰাকে পহুকে এৰি আহিৰ নোআৰি এজোপা আম গচৰ তলতে থাকিল। সেই ঠাইতে এটা কাল সৰ্প আছিলে, এই আম গচৰ জি জি আম পকা হই সেই আটাইটি খাই। কিন্তু চিকাৰিক দেখি সৰ্প মনতে গম কৰিলে, ই মানুহ ৰাতি পুআ হলেই এই সকলো আম লৈ জাব, তাতে মোৰ ভোজনৰ দুখ হব, এতেকে সি জেন আম নি নিয়ে এনেকুআ জতন কৰা মোৰ উচিত, ইয়াকে ভাবি চিকাৰিক খোঁট মাৰিলে। পাচে চিকাৰি বিসৰ জালতে পিড়া পাই ধনু উঠি এটা সৰ মাৰি সৰ্পক তেতিয়াই বধিলে, আৰু আপুনিও প্ৰান এৰিলে। আৰু এটা সিয়াল এই আম গচৰ ওচৰত আছিলে; সেই ঠাইলৈ চিকাৰি অহাতে সিয়ালে মনে মনে বিবেচনা কৰিলে, ৰাতি হলে এই ঠাইতে চিকাৰি মাংস ৰাখি থাব; তাতে মোকো অৱস্য কিচু দিব; জদি আটাই খানি মাংস খাই তথাপি হাৰবিলাক পেলাই দিব, তাকেই পাম। পাচে সৰ্পে খোঁআতে চিকাৰি মৰিল, আৰু চিকাৰিৰ সৰতে সৰ্পো মৰিল, ইয়াকে দেখি তেতিয়াই আম-তললৈ আহিল।

এই ৰূপে সিয়ালে মনৰ বাঞ্ছিত খাবৰ মাংস স্ৰম ন কৰাকৈ পাই অতি হৰ্স চিত্ত হৈ মনত বিবেচনা কৰি বুলিলে, এই মানুহক এমাহ স্ৰম নাই কিয়াকৈ বহি থাকি খাম, আৰু পহুএ বৰাই এই দুটাতে মোৰ দুই মাহ ভোজন হব, কিন্তু আজি ৰাতিৰ কাল এই কোনো এক ৰূপে কৰি কালিৰ পৰা অলপ অলপ খাম, ইয়াকে ভাবোঁতে ভাবোঁতে এই চিকাৰিৰ ধেনু খন দেখি বিবেচনা কৰিলে, ধেনুৰ গৰু চালৰ বৰতিৰ নিৰ্মান কৰা গুন ইয়াকে খালে এই ৰাতিতো জাব; ইয়াকে ভাবি দাঁতেৰে এই ধেনুৰ গুন চুলে মাত্ৰ গুন চিগি ধেনুৰ আগ তিজিএ সোমাই সিয়ালৰ মৰন হল।

ইয়াৰ অৰ্থ এই।

মানুহবিলাকৰ জত আপদ প্ৰাই সকলো লোভৰ নিমিত্তে হই, আৰু অতিসই ধন সাঁচিলে অতি হানি হই প্ৰানো মৰে; এতেকে অতি লোভকো আৰু অতি ধন সঁচাও অনুচিত।

## সুবচন।

Maxims.

আমি চহকি হবলৈ বিচাৰোঁ, কিন্তু তাক পাব নোআৰোঁ; আমি মৰনক নি বিচাৰোঁ, তথাপি হাই হাই, সি আমালৈ আহে।

জিৱনৰ কাল অতি অলপ, তথাপি সিও কেৱল স্ৰমৰহে কাল।

আমি বৰ গিয়ানি হবলৈ খুজিলে, সবহকৈ খাব নে পাঁও, সবহ বেলালৈ সুব নে পাঁও, আৰু অধিক কথাও কব নে লাগে।

জি জি কৰ্ম্ম কৰা হই, আৰু জি জি কথা কোআ জাই, সেই সকলো সত্যৰ বা মিচাৰ কলিয়া হই।

## কামৰূপৰ বুৰঞ্জি, ২ অধ্যা ।

History of Kamrup, Chap. 2.

শঁক ১৫৩৭ মাহ মাঘ ১৬ দিন গতে দেও বাৰে তেবে সেই বেলা হাৰুন্ন পিকচাই সহিতে কাজলিত বল। ১৫৩৩ শঁকত আৰু নৰ নাৰায়নৰ দিনত কচাৰিৰ পৰা তিমৰুআ ৰজা চৌধ্য হেজাৰ লোকেৰে ভাগি আহিল, বাচোৰ ভাই পান্তিস্বৰ ৰজা হল। নৰ নাৰায়নে দাঁভিৰ অঠেৰে ৰজা তলপ কৰি দিলে। পান্তিস্বৰৰ পুত্ৰ চক্ৰধৰ ৰজা হৈ নৰ নাৰায়নৰ ঠাইক নে জাই, পাচে নে জাবৰ হৈ ১২ বচৰ বন্দি কৰি থৈচিলে, চক্ৰধৰৰ পুত্ৰ পোআল সিংহৰ পুত্ৰ ৰত্নাকৰ, প্ৰভাকৰ, ৰজা হল। সেই বেলা মকৰম খাঁই পৰিৰিখিত ৰজাক ধৰি নিলে, সেই সময়তে জয়ন্তাৰ ধন মানিক ৰজাই তিমৰুআক মাৰি প্ৰভাকৰক ধৰি নি বন্দি কৰি থৈচিলে; পাচে মানিক ৰজা হৈ প্ৰভাকৰক বঁটা দি মেলি পঠালে। পাচে প্ৰভাকৰৰ পুত্ৰ মঙ্গল ৰজা কাজলিত হাৰুন্ন পিকচাইৰ ঠাইলৈ আহি মহা ৰজাত সৰনে পসিলেহি; মহা ৰজাও বঁটা বাহন, হেংদাঙ, কন্যা, হাতি দি বিদাই দিলে, সেই কালৰ পৰাহে তিমৰুআ মহা ৰজাৰ হল।

তেবেলে মহা ৰজা বলি কোঁঅৰক ধৰ্মনাৰায়ন নাম দি দৰঙ্গত ৰজা পাতিলে। আৰু চন্দ্ৰনাৰায়ন, ৰূপনাৰায়ন, প্ৰমুখ্যে পৰিৰিখিত ৰজাৰ জত কোঁঅৰ আচিল, সৱে আহি মহা ৰজাক সেৱা কৰিলেহি। তাতে মহা ৰজাৰ প্ৰসাদে গ্ৰাম ভুমিলৈ সৰ্গদেৱক সেৱা কৰি থাকে, কতো দেসক জাই।

আৰু দখিন কুলিয়া তিমৰুআ আদি কৰি জতেক ৰজা আচে, সৱে আহি সৰ্গদেৱক সেৱা কৰিলেহি। কোৰ, কপাহ, কাপোৰ, আদি আনো সম্ভাৰ সকলো লৈ, আহিন মাহ, শঁক ১৫৩৮ তেতিয়া ১৫৩৮ শঁকৰ মাঘত চামধৰাত গৰ বান্ধিলে, ৰজাৰ কোঁঅৰ সৰি গোহাই ত্ৰিস্তু হল।

শঁক ১৫৩৮ আৰু পুনৰ বাৰ দখিন কুলিয়া উত্তৰ কুলিয়া চেকেৰিএ সৰ্গদেৱক উদ্যম কৰালেহি, বোলে, সৰ্গদেও, মহা ৰজা, আমি জতেক চেকেৰি আচোঁ, সমস্তকে ৰজা পৰিৰিখিতে তোমাৰ দুই পাৱৰ তলে দি গৈচে, আৰু বুলিলে, মোৰ জতেক কোঁঅৰ কুঁঅৰি আৰু সৰা আচে, সবাৰে দেও কুলুৰ ঠাইতেহে তাত, আন ঠাইত তাৰ ৰখ্যা নাই, এতিয়া সৰ্গদেৱে জদি আগ্যা কৰে, হাজোত জি বঙ্গাল থনি আচে, তাক থৰিবলৈ আমাকো সৰ্গদেৱৰ লোক জনকো পাঁচোক, সৰ্গদেৱৰ লোকক পাচ কৰি আমি আগ হৈ থৰিবলৈ, এতেকে দখিন কোল উত্তৰ কোল সমস্তে সৰ্গদেৱৰ হব, এই কথা সুনি মহা ৰজা আনন্দিত হৈ তাল বুলি সন্মাগিলে। পাচে আবোনত মহা ৰজাৰ আগ্যাৰে তিনি জনা গোহাই প্ৰমুখ্যে সমস্তে সেনা চৈচা মুখত গৰ দি বলগৈ। মহা ৰজাও চামধৰাত বল; এই মতে মাঘ গল। বঙ্গালো চেখ কমল, প্ৰমুখ্যে হাজো পৰ্বত জুৰি আচে, পাচে আহোমে পৰ্বতক বেৰি গৰ দিলেগৈ, আৰু দখিনে জত নাও আচিল, তাক ভঁৰালি গোহাই প্ৰমুখ্যে দুইতে গৈ ভেঁটিলে, বাজে ধৰ্ম ৰজা, পুবে উত্তৰে তিনি জনা গোহাই প্ৰমুখ্যে ৰৈ আচে, বঙ্গালো ভাগিবলৈ বুগুত হল। সেই সময়তে লাচাম চিৰিঙে তিনি জনা গোহাইকো আনি বচন বুলিলে, বঙ্গাল জে ভাগে তোমোলাকে ন ধৰা কিয়, এই বুলি বঙ্গালক কাটিবলৈ লোক সকলকে কোৱাই সমুখে জুখলৈ পৰ্বতত তুলি দিলে বঙ্গালো বুগুত হৈ আচিল। পাচে মনত দুখে তিনি জনা গোহাই আনো সকলো আহোম, পৰ্বতত উঠি জাঁওতে, বঙ্গালে থোঁৱা মেলি জাকে, জতে পালে, জতে কাটিলে। থকৰক বুৰা গোহাই পৰিল; নাও নাৱৰ আহিলা পাতি, জত হিলৈ সকলো পৰিল। জত লোক পৰিল তাৰ সিমা নাই। আৰু হাতি পৰিল ৮০ কুৰি, কেৱা গোহাইয়ে ঠাদুআ কৰাই হাতিক থৰিলে; পাচে তাক আচাৰ মাৰি পেলাই নগৰলৈ আহিল, পাচে দুখ হাৰি পুৰুষাৰ কাজলিত বলহি, শঁক ১৫৩৯।

পাচে সৰ্গদেৱে প্ৰশ্ন কৰি, থাকপুত বৰ গো-

হাই ডিপাম ৰজাক লোহাৰ জিঞ্জিৰাত ভৰাই আনিলে; ওপৰে পিকদান ধৰি আহিল, লাঙ্গু নেওগক মুৰত কোবাই মাৰিলে। লাচাম চিবিঙ্গ, লাঙ্গুক ফুকন, লাহন, তিনিওকো ক্ৰাইটৈৰে চেপি চিন্নাতলিত মাৰিলে। আৰু উত্তৰ কোলৰ ভূঁয়া, মৰঙ্গি হাজৰিকিয়া, সইকিয়া এই সকলক তাক পালে, সবাকে মাৰিলে। সেই সময়তে লাঙ্গিক বৰ ফুকন নাম দি কাজলিলৈ পঠালে। সেই সময়ৰ পৰাহে বৰ ফুকন নাম হল। পাচে মহা ৰজা গৰগাঁৱলৈ আহিল; সেই বেলা মাৰিকাত পাট সলে। তাৰ পাচে চেখ কমলৰ আগত বিৰু কাৰ্জিএ বোলে, নবাবৰ আগ্যা হলে আচামক মিল প্ৰিতি কৰাই হাতি দাঁত, আগৰ কাঠ অনাই দিব পাৰোঁ, নবাবেও ভাল বুলি সনাগিলে। আগিয়া চুটিত বিৰু কাৰ্জি আছিল, আমাৰ লাঙ্গি ফুকন কাজলিত আছিল, পাচে বিৰু কাৰ্জিয়ো আগুৱান হৈ অৰক্ৰান্তলৈ আহি লাঙ্গি ফুকনৰ ঠাইলৈ প্ৰিতিৰ কাৰন আমাৰ চকিআলত কৈ পঠালে, ফুকনেও এই কথা সৰ্গদেৱত জনালত ধৰাধৰ কটকিক পঠাই বোলে, ফুকনেও তাক উপাই কৰি কাজলিলৈকে অনাব। পাচে ফুকনৰ আগ্যাৰে ধৰাধৰে সভা সপত কৰি কাৰ্জিক উপাই মন্ত্ৰনা দোআৰাই নাৱত তুলি আনিলে। পাচে কাৰ্জিএ উমানন্দৰ সেই থানিতে বুলিলে, ধৰাধৰ দেখ, মোৰ কমৰত দুই তৰোআল আছে, তোৰ নাৱৰ মানুহ নষ্ট কৰিলোঁহেঁতেন, তাতো তয়ো ব্ৰাহ্মন, আৰু পুৰোহিতো দুয়ো ব্ৰাহ্মনৰ কোনো ধন হই বুলিহে হাত জপাই ৰলোঁ, মোৰ কপালে জি হই লেয়ে হওক। পাচে কাজলি পালেহি, ফুকনে কথা বাত্ৰা হৈ বোলে, ভাল কাৰ্জি জে আহিচে, সৰ্গদেৱক সেৱা কৰি আহকগৈ। এই বুলি মন্ত্ৰনা কৰি গৰগাঁৱলৈ পঠালে; পাচে ধৰাধৰে নি সৰ্গদেও ৰজাক হাজিৰ কৰিলে। সৰ্গদেৱে বোলে, মোকে বঙ্গালকে মিলাব নোআৰে মানে, কাৰ্জি এতিয়া থাকক, এই বুলি বাৰ চোআত ঘৰ বাৰি সাজি দি ৰাখিলে, তাৰলৈ নেপালে সঁক ১৫৪০ মাহ জেঠ।

তাত পাচে পাতসাৰ ভাই মিৰ্জা নাথন দখিন কোলৰ পাৰ হৈ ধৰ্ম নাৰায়নক ধৰিলেগৈ, তেতিয়া ৰজা পলাই এৰাল; তিনি জনা কুঁঅৰি হাতিৰ ওপৰত গুলি লাগি পৰিল। পাচে আহোমে খেদি গৈ জুধ দিলে, তেতিয়া মিৰ্জা নাথন ভঙ্গ খাই পলাল। হাৰি মহিএ অকলে খেদি গৈ পৰিল; পাচে সেই সময়তে মামো গোবিন্দেও আহোমৰ লগ লৈ কৰে বাৰি সিমা কৰি দখিন কোলে ৰজা হল, বঙ্গালো দখিন কোললৈ পাৰ হৰই নোআৰিলে, জি হেতুক তেঁওৰ লগত মহা ৰজাই ২০০০ কাঁৰি দি থৈছিল। পাচে সত্ৰাজিতে কিচু মানুহ লৈ মামোক মাৰোঁগৈ বুলি আহিল, কিন্তু আহোমৰ কাৰনে নোআৰিলে; সত্ৰাজিতৰ ভতিজাক ইন্দ্ৰ নাৰায়ন পৰিল, আৰু ভৱনিৰাই পৰিল। এই ৰূপে উত্তৰে দখিনে হাৰিত লুকাই কঁৰিয়াই মাৰে, দেখাই দন্দ ন কৰে। সত্ৰাজিতো দুআৰলৈ আহি দন্দ কৰি হাট ভাঙ্গে, পাচে সত্ৰাজিতে কিচু কৰিব নোআৰি মহা ৰজাক বাপ বুলি প্ৰাৰ্থনা কৰি পঠালে। উমৰ, কনাই, দুই দূতৈত কৰি মহা ৰজাৰ ঠাইলৈ লাহৰি, পামৰু, তাও, মুক্তা, প্ৰবাল, আৰো বাধৰ সকল দি পঠালে। আৰু পত্ৰত লিখিলে, মহা ৰজাৰ পুত্ৰ হলোঁ, সৰ্গদেও জদি বোলে বেটা, নেকৰ বোলে নেকৰ মই জি মতে দুআৰত থাকিব পাৰোঁ, তেনে কৰিব।

পত্ৰো এই, স্বস্তি গুনিগন গননিয় পৰম পবিত্ৰ জসোৰাসি মণ্ডিত দিগ দিগান্তৰালাৰি পটলোত্পাটিল শ্ৰী শ্ৰী মহা ৰজা প্ৰচণ্ড প্ৰতাপেসু দোয়াত্ত সালাম লিখনং কাৰ্জঞ্চ আগে তোমাৰ কুসল হামেচা চাহো ফেৰ হামাৰে মিয়াৰ খোৰ হোয়েগা আৰ তুমি এতবাৰ নগুজাত্ত ওআমাৰে বোধ চোবেধ হোএ শ্ৰী শ্ৰী জুত খুৰম্ৰলুক সৰ্গদেৱে ইৰৰৰ চৰনত দৰগাতে মইমত্ত চৰ দেহজা তোমাৰি খেজমতেত চাকৰি দোত্ত কৰোঁহে অতএব কিলজি মিল বাএতেৰ খোচহানিকা হোএ আৰ অধিক লেখা নাতিজে পৰং উমৰ, কানাই কহিবেক হা-

স্থিৰ আপোনে কাজ গুজাৰি হাকিমকো ইতি জিলকদ সঁক ১৫৪১ ফাগুন ১২ ।

সন্দেস দলিচা ২০ কুৰি, লাহৰি ২০ কুৰি, পামৰি ১৩ খন, চিট ৫০ খন, ভাও ৪০ কুৰি, গোআল ২০ খাৰ, লঙ্গ ২ মোনা, জাই-ফল ১ মোনা, বগা কাঠ ৪ সেৰ, বৰা ২ সেৰ, সত্ৰাজিতৰ লিখা পত্ৰ সুনি সৰ্গদেৱে বুলিলে ভাল, মোক সি বাপ বুলিলে; মৰো বেটা বুলিলোঁ, পুত্ৰ হলে পিত্ৰিৰ বচন কৰিব লাগে । এই বুলি কমল লোচন কটকিত কৰি সোনৰ নলিএৰে কপৰ জৰা তাৰ ভিত-ৰত উত্তম জল দি পঠালে, আৰু উত্তম চাউল, লোন, দি পঠালে । মহা ৰজা বো-লে, পুত্ৰ হলে মাত্ৰিৰ স্তন খাব লাগে; এই পানিয়ে জানিবা স্তন, তাৰ দেসত জিহেতু লোন, চাউল, খালে হাৰাম ন কৰে হেন সুনি-চোঁ; পাচে সত্ৰাজিতেও মহা ৰজাকো সাত সেৰা কৰি জৰাত্তে পানি, চাউল, লোনকো, খালে । আৰু পাট কাপৰ, চিকন কাপৰ, জালুক, আগৰ কাঠ তাক প্ৰভি দিলে, তাৰ মাদৈ সকলোকে আই কুঁঅৰিৰ নামে আহোম মেখেলাৰে ১ জোৰ কাপোৰ দিলে । মহা ৰজাৰো আগ্যা প্ৰান টাকি কৰিচে ।

এই মতে কতো দিন মিত্ৰমতিত্তে আছিল; সেই সময়ত্তে ত্তেলাইক দুআৰলৈ পাচিলে । তেতিয়াহে হাট বাট হল; কিয়নো সত্ৰাজিতে হাট বাটৰ কথা কলে, কটকিৰো আয়াজাত হল । তাত পাচে ঢাকাৰ নৱাবৰ অনুমতিৰে হৰি বলচাই সোনাৰি মুদৈক বোলে, ঢাকাৰ নৱাবেৰে সৰ্গদেৱে একে লগে প্ৰিতি কৰাবা বুলি ৰাজিত খাঁকে, গোপালকে, সোনাৰি মুদৈৰ লগত পত্ৰ সন্দেস দি পঠাই দিলে । তাও গোআল সোনৰ মনম কৰা পিৰা ১ খন, পাচে সোনাৰি মুদৈএ ৰজালৰ কটকিক কুৰুআত থৈ, কাকলিত ৰৰ ফুকনত জনালেগৈ; সত্ৰাজিতে সত্ৰাজিত কৈ ৰৰ ফুকনলৈ কৈ পঠালে, বো-লে, ঢাকাৰ নৱাবৰ কটকি আহিলে, তোমাৰ আমাৰ প্ৰিতিটো কেনেকৈ হব । ঢাকাৰ নৱাবৰ কটকি জেন আহিবলৈ নে পাই, তে-নেকুআ কৰিব । পাচে ফুকনে সত্ৰাজিতকো, ফুকনৰ ভায়েক সোনাম ভেকাৰে, দুইতকে সৰ্গদেৱলৈ কৈ পঠালে, বোলে, সোনাৰি মুদৈএ ঢাকাত ৰজালৰ আগত আমাৰ সকলো সন্তেদ কথা কৈ সৰ্গদেৱৰে প্ৰিতি কৰাব পাৰোঁ, এই বুলি উকিল পত্ৰ আনিচে । সৰ্গদেৱৰ বচন হলেহে আনিব পাই, পাচে এই কথা সুনি সৰ্গদেৱে বোলে, সি বেপাৰি, বেপাৰৰ কাম কৰিব; মোৰ সন্তেদ কথাকৈ কেনেকৈ উকিল পত্ৰ আনিচে । এই বুলি সৰ্গদেৱে সোনাৰি মুদৈক, জই হৰি মুদৈক, ৰৰ হৰি মুদৈক, এই তিনিক কুৰুআত কাটি পটুআৰ খুঁৰ বান্ধি উটাই পঠালে; আৰু পাইকো কাটিলে, দু কুৰি ৪০, কুৰুআৰ পৰা ৰজালৰ কটকিক ওলোটাই পঠালে ।

---

## জৌৱন ব্ৰাহ্মন খ্ৰিষ্টিয়ান হোৱা ।

Conversion of a Brahman.

বানাৰচ নগৰৰ এজন জৌৱন বামুনে মুক্ত বাত্ৰাৰ কথা সুনি তাক আপোনাকে অতি অমূল্য হেন বুজি প্ৰাপ্ত কৰিবৰ নিমিত্তে দুৰ পাৰলৈ মিস্যনেৰি চাহাবৰ ওচৰলৈ আহিল । তাতে নগৰৰ সকলো লোকৰ মাজত ৰৰ হুৰা দুৰা লাগিল, আৰু তেঁওৰ পৰিয়ালবোৰেও সকলো তাৰে তেঁওক ওলোটাবলৈ জতন কৰি-লে; কিয়নো তেঁও অতি উত্তম কুলৰ লোক হৈছিল । খ্ৰিষ্টৰ ধৰমৰ মহা বৈৰি হোৱা, এনে তেঁওৰ বুৰা পিতামহকে কোনো বেলি মৰমেৰে আন বেলি খঙ, ভাবি, আৰু সাও দি সেই লৰাৰ লগত বাদ বিচাৰ কৰিলে । আৰু তেঁওৰ বুৰি মাক, মাহিএক, আৰু সাহু-একেও তেঁওৰ ভৰিত পৰি বিলাপ কৰিবলৈ ধৰিলে । কিন্তু সেই লৰাই অতি থিৰ ৰূপে থাকি সিৰিলাকত নম্ৰিথাৰ দি কলে, তোমা-লাকে মোক বাধা ন কৰিবা; মই হিন্দু হৈ থাকিব নোআৰি খ্ৰিষ্টিয়ান হব খোজোঁ, কিয়-নো খ্ৰিষ্টে মোৰ নিমিত্তে প্ৰান দিলে ।



## অনেক দেসৰ সম্বাদ ।

Journal of Events.

জুলাই মাহৰ ১৩ তাৰিখত আমেৰিকা দেহত হোবোকেন নামে এখান নগৰৰ ওচৰে দি জোআ নদিৰ দাঁতিত কেত্তবোৰ লোক ফুৰ্ইতে এটি লৰা অকস্মিতে পানিত পৰিল, আৰু সোঁত বৰ টান হেতুকে উধাৰিবলৈ কাৰো সক্তি নাই কিয়া হেন দেখি সকলোএ বিয়াকুল হৈ থকাতে এটা নুফেণ্ডলাণ্ড কুকুৰে লৰাক চাই পানিত একে বেলিএ জাঁপ মাৰি অতি বেগেৰে সাঁতুৰি গৈ মুৰ দাঙি ধৰি বামলৈ টানি আনিলে; তথাপি বাম নৌ পাওতে এক ক্ৰোসতকৈ অধিক উটিয়াই গল, কিন্তু লৰাৰ প্ৰাম ৰখ্যা কৰাতে আপোনাৰ সক্তি হিন হৈ হেলেঙ পেলেঙ কৰি পৰি তালেয়ান বেলিলৈকে উঠিব নোআৰিচিল।

তাৰত ৰবিনত থকা তফৰ চাহাব লোক-বিলাকৰ সংখ্যা তলত লিখা হৈছে।

| | বঙ্গাল | বম্বাই | মাদ্ৰাজ |
|---|---|---|---|
| চুপেৰইণ্টেণ্ডেণ্ট চৰ্জন | ১০ | ৭ | ১০ |
| চৰ্জন | ১২৯ | ৫৩ | ৭২ |
| আচিষ্টেণ্ট চৰ্জন | ২৩০ | ১০৫ | ১৫৪ |

কলিকতাত ৯৯ বচৰ বয়সিয়া এজনি বুৰি তিৰোতা জানুআৰি মাহত মিৃত্যু হল।

ৰুচিয়া দেসত চেইণ্ট পিতৰ্চবৰ্গ নগৰত ধঁপাতৰ সলনি বগা চাহৰ ধোঁআ মলা ধঁপাতৰ দৰে পুৰি খাবলৈ নতুন মতৰ পাতিছে।

বুৰ্মা দেসৰ আমাদিয়া নগৰত ৰজাৰৰ মাজত অকস্মাতে অতি প্ৰকাণ্ড বাঘ কুকুৰ এটা ওলাই, অনেক মানুহক বৰ বেয়াকৈ কামুৰিলে, কিন্তু মানুহৰ মাজত চাৰিও কালে অতি জাঁতও হলত সি ভই পাই, গৰৰ ওপৰে জাঁপ মাৰি এখান তাজৰ বাৰিত সোমাল, তাতে কেইবা স মানুহে বতাহত জুৰ লৈ সুই থকাত সিবিলাকৰ মাজত ১২৮ জনক কামুৰিলে। কিন্তু পাচে তাতো মানুহৰ এৰাও সুনি ভই পাই, এটা মেৰ চাগৰ গঁৰালত সোমালগৈ, আৰু তাতো ৩৫ মেৰ কামুৰি মাৰি ৭৫ টাক ঘা লগালে। সেই গাঁৱৰ অধিকাৰে অলপ দিনৰ আগেএ গাঁৱৰ মাজত থকা সকলো হিলৈবোৰ নিচিল, তাতে গাঁৱৰ মানুহে একো ৰূপে বাঘ কুকুৰটো মাৰিব নোআৰিলে; কিন্তু পাচ দিনা অধিকাৰে আকও হিলৈ দিয়াত বাঘ কুকুৰক মাৰিলে। তফৰ লোকে কোআ মতে বনৰিয়া জন্তুএ কামোৰা অতি বিসম, সেই ঘটনাৰ দোআৰাই কেইবাটা মানুহো মৰিল।

## মাত্ৰিৰ সান্তনা ।

A Mothers Consolation.

তিনি বেলি নগৰৰ ইস্কুলত সিকা এটি চই বচৰিয়া লৰা মাউৰত মিৃত্যু হল। সি আপোনাৰ মাকৰ আগত ধৰম সাস্ত্ৰ পঢ়ি সুনাবলৈ বৰ আস্তিক আছিল, আৰু মাকৰ আগ্যা তালকৈ মানি লগৰ লৰাবোৰকো চেনেহ প্ৰিতি কৰিছিল। তাৰ মৰনৰ সময়ত সি কাত পৰিত্ৰানৰ ভাবনা ৰাখিছে বুলি সোধাত, সি সম্বিধান দি কলে, মই প্ৰভু যিচুত ভাৰসা কৰিছোঁ; আৰু তেঁওৰ দুখ ভোগ, মৰন সুঁৱৰি মই মনৰ সান্তনাও পাইছোঁ। লৰাটি মাউৰে ধৰাত তাৰ মাক আন ঠাইত আছিল, মৰনৰ ঘণ্টা চাৰেকৰ পাচেহে তাৰ পৰা উভতি আহিল। তাতে মিস্যনেৰি চাহাবে মাকক সান্তনা কৰিবলৈ জোআত, মাকে চাহাবক দেখিলতে মাত লগাই কলে; হে গুৰু, ইয়াৰ আগেএ মোৰ পোএ তোমাৰ ইস্কুলত সিকিছিল, কিন্তু এতিয়া বৰ্গত সিকিছে গৈ।

---

THE ORUNUDOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by N. Brown, Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৮ বচৰ। শিৱসাগৰ, মার্চ, ১৮৫৩। নম্বৰ ৩।

VOL. VIII. SIBSAGOR: MARCH, 1853. NO. 3.


## মান দেসৰ সম্বাদ।

**Burman News.**

আমি মান দেসৰ পৰা কোনো ঠিক বাত্ৰা সুনা নাই। এমাহৰ আগেয়ে মান ৰজা মিৃত্যু হোআৰ বাত্ৰা মাথোন সুনিলোঁ; কিন্তু তেঁও মিৃত্যু হোআ নাই, কেৱল ৩০০ মানুহে সৈতে তেঁওক এটা কোঁঠত বন্দি কৰি থৈচে বুলি কোনো কোনোএ কই, তেঁওৰ বৈনায়েকে দ্ৰোহ পাতি আপুনি ৰজা হব খোজে। আন কোনোএ বোলে, ৰজা মিৃত্যু হল, সেই কাৰনে তেঁওৰ সদনি অনেকে ৰজা হবলৈ ইচা কৰি ইটে সিটে বন জুধ কৰিচে, এয়ে হব পাই। কাপ্তান ফেয়াৰ কমিসনৰৰ চাহাবে বন আৰু লুট কৰিব খোজা সকলো মান লোকক পেগু দেসৰ পৰা খেদাই দিলে।

জি সেনাবিলাকে জানুআৰিৰ ৪ তাৰিখে মাৰ্ত্তবানৰ পৰা জাত্ৰা কৰিচিলে, সিবিলাকে বিৰিধিৰিএ চিটং পালেহি। মান লোকে কৈইবা ঠাইতো অতি সকত ৰূপে কোঁঠ বান্ধি আচিল, কিন্তু ইংৰাজি লোক জোআ দেখি ভয়েৰে পলাই



মাৰ্ট্টাবান নগৰৰ নক্সা।
A View of Martaban.

গল। বেলিন নগৰৰ অধিকাৰে আপোনা আপুনি নগৰৰ দুআৰ সিবিলাকলৈ মুকলি

কৰিলে, আৰু কোনো বিথিনি ন কৰাকৈ সিবিলাকৰ বস হল। চিটঙ্গৰ পৰা ইঙ্গৰাজিএ ৰেইগিনলৈ জাত্ৰা কৰিলে; আৰু সেই ঠাইৰ পৰা সিবিলাকে টৌংগুলৈ জাব। এই ৰূপে পেগু আৰু মান দেসৰে মাজত সেনাৰে সৈন্তে আব্ৰিত্ত কৰি ৰাখিব। পেগু দেসত অনেক ডকাইত আচে, আৰু সিহঁতে বহু সম্পত্তি লুট কৰি নিচে

অনাৰেওত কম্পানিৰ সেনাই ডকাইত এমথাক লগ পালে, তাতে ফেৱৰুআৰিৰ ৩ তাৰিখে সিহঁতে সৈতে জুধ লাগিল। কম্পানিৰ ১৪৫ জাহাজি বনুআ আৰু ৬৭ ৰেজিমেণ্টৰ নেটিব ইনফেণ্টেৰিৰ ৩০০ চিপাহি, আৰু কাপ্তান লক চাহাব সিবিলাকৰ সেনাপতি আচিল। ইঙ্গৰাজিএ ৰাতি এখন হাবি গাঁৱত থাকি, ৰাতিপুআই এডোখৰ জাৱনি, হাবিৰ মাজেদি তিনি ঘণ্টামানলৈকে খোজ কাঢ়ি গল; আৰু পোন বাটৰ পৰা এচুকিয়াকৈ ঘুৰি জাওতে একেবাৰে সিবিলাকৰ আগত পানি থকা গৰ খাৱৈ এটা পালে, আৰু তাৰ সিপাৰে কাঠেৰে বন্ধা মান লোকৰ কোঁঠ দেখিলে।

মানবোৰে সৰহ জুম পাতি গোট খাই আচিল, আৰু বাটত পাঁজি পাতি থৈচিল। কম্পানিৰ সেনাবিলাকে আহি পালতে সিহঁতে চাৰিও কালৰ পৰা আৰু গচৰ ওপৰৰ পৰাও সিবিলাকলৈ গুলিয়াবলৈ ধৰিলে। তাতে কাপ্তান প্ৰাইচ চাহাব, লেফটেনেণ্ট কেনিদে চাহাব, আৰু ৬৭ জাহাজি বনুআ আৰু ১৮ টা চিপাহিক মাৰিলে। কাপ্তান লক চাহাবৰ গাতো ঘা লাগিলত অলপ দিনৰ মুৰতে তেঁৱো মৰিল। কম্পানি পলাই গল।

ৰাচেইনৰ পৰা সকলো মান লোকক খেদোআ হল। ৰাচেইনৰ পৰা পুৱা পচিমাকৈ থকা ৫০ মাইলৰ ভিতৰত ডকাইত আচে বুলি আচিষ্টেণ্ট কমিস্যনৰ কাপ্তান ফিত্যা চাহাবে সুনি সিহঁতক খেদিবলৈ গল। কাৰেন লোকৰ দোআৰাই কম্পানিএ ডকাইতৰ গাঁও পালেগৈ, তাতে সিহঁতে তেতিখনে পলাই গলত, পাচে সিহঁতৰ গাঁও নষ্ট কৰিলে।

ৰাচেইনৰ পুবে ৭৫ মাইলৰ অন্তৰত নাগয়াত নদিৰ ডোঙ্গাৰৰ ওচৰত মান লোক আচে বুলি কাপ্তান ফিত্যা চাহাবে সুনি সিহঁতকো লগ পাবলৈ গল। তাতে ১০০০ মান লোক হিলৈৰে সুজুগুত হৈ আচিল। মানৰ অধিকাৰে ধোঁৱাত উঠি জাওতে কাপ্তান ফিত্যা চাহাবে গুলিয়ালে, তাতে সকলোবিলাক মান মানুহ পলাই গল। তাৰ পাচে তাঁতে ৩০০০ মান আচিল, সেই ঠাইলৈকো কাপ্তান ফিত্যা চাহাব জাত্ৰা কৰিলে। কম্পানিৰ সেনাবিলাক আহিচে বুলি মান লোকে সুনি পলাই গল, তথাপি সিবিলাকে দিনে ৰাতিএ অতি বেগে আহি থকাত সিহঁতক আগ ভেটি ধৰিলে। তাতে ৰজাৰ লিগিৰি এজনি, আৰু কোনো অধিকাৰৰ দুটা পুতেকক ধৰি বন্দি কৰিলে, ৪৭ জন মানক মাৰিলে আৰু ৩০০ হিলৈ কাঢ়ি নিলে।

---

## আদি বাসি নগাৰ কথা।

**Conversion of an American Indian**

আমেৰিকাত থকা এটা আদি বাসি নগা মানুহে এজন পাদুৰি চাহাবত কলে, বোলে, চাহাব, মই নতুন মন পালো; অৰ্থাত খ্ৰিষ্টিয়ান হল। তাতে সি কেনেকৈ নতুন মন পালি বুলি চাহাবে সুধিলে। সি কলে, মই কব নোআৰোঁ, কিন্তু মই জতে নতুন মন পালোঁ, তালৈকে জদি চাহাব জাই, তেন্তে মই কেনেকৈ নতুন মন পালোঁ, তাকে দেখাব পাৰিম। তেতিয়া সিবিলাক দুয়ো গল। পাচে নগাই হাবিলৈ গৈ কেতখনি গচৰ সুকান পাত গোটাই মাজত ঠাই ৰাখি ঘুৰনিয়াকৈ গচ পাতবোৰ দমালে, আৰু পাতবোৰৰ মাজতে এটা পোক থৈ সুকান পাতবোৰত জুই লগাই দিলে। তাতে পোকে একালে জুইৰ তাপ পাই, আন কাললৈ বাগৰি জাই, কিন্তু চাৰিও কালে জুই থকাত সি কোনো কালে সাৰি জাব নোআৰে। এই ৰূপে ইকাল সিকাললৈ কেইবা বেলিও বাগৰি বাগৰি থকাত সেসত মাজলৈ আহি মৰিবলৈ ধৰ ধৰ কৰিব



কলা নদিৰ দলঙৰ নকচা ...... Black River Bridge Africa.

আফ্ৰিকা দেসৰ কলা নদিৰ ওপৰত দিয়া জি সাঁকো, ওপৰত থকা নকচাত দেখিবা, বাঁহ আৰু কাঠেৰে তাক সাজে, আৰু পানিৰ ওপৰত ওপঙি থাকে। বচৰি বচৰি পানি বাঢ়িলে, সাঁকো উটুআই নিএ, সেই কাৰনে আকৌ নতুনকৈ সাজে।

ধৰিলে। তেতিয়াই নগা মানুহটে পোকক হাতত লৈ তুলি আনি কলে, এই ৰূপে ইশ্বৰেও মোলৈ কৰিলে। মই আপোনাকে পাপি হেন বুলি জানিলোঁ, আৰু ইশ্বৰৰ কোপিত চকুৰে মোৰ ওপৰত নিৰিখন কৰা দেখিলোঁ। সেই কাৰনে মই একালে সাৰি পলাবলৈ জতন কৰিলোঁ, কিন্তু মই নৰকৰ অগ্নি দেখা পালো। তাতে মই আন ফাললৈ পলাবলৈ লৰ মাৰিলো, আৰু তাতো নৰকৰ অগ্নি আছিল। পাচে মই সাৰিবলৈ কোনো উপাই নে দেখাত মোৰ সকলো আসা গুচিল। তেতিয়া প্ৰভু যিচু খ্ৰিষ্টে ক্ৰিপা কৰি মোক অগ্নিৰ মাজৰ পৰা একে বাৰে দাঙি ধৰি তুলিলে, তাতে মই এতিয়া মনত অতি আনন্দ পাইচো।

অনুগ্ৰহ মাগন কৰিলে। কিন্তু ৰজাই জদি সেই বিসয়ৰ বাৰ তৈওক দিএ, তেন্তে বাদস্যাৰ অনিয়াই হই; সেই হেতুকে বৰ লোকে জি ত্ৰিচ হেজাৰ টকা পাবৰ লোভেৰে এনে বিসই মাগিচিলে, বাদস্যাই তাকে বুজ পাই আপুনি সেই ত্ৰিচ হেজাৰ টকা দিবলৈ প্ৰতিগ্যা কৰিলে। পাচে বাদস্যাই সেই বিসৰা জনক মাত্তি ভৰালিৰ পৰা ত্ৰিচ হেজাৰ টকা লবলৈ আগ্যা কৰিলে, আৰু কলে, ইয়াকে তুমি মোৰ অনুগ্ৰহ ৰূপ চিন বুলি গ্ৰাজ্য কৰিবা। এনেকুআ দানত মই দৰিদ্ৰু ন হঁও, কিন্তু তোমাৰ অনিয়াই ৰূপ বাঞ্চা সিধি কৰিলে, নিচয়ে দৰিদ্ৰু হম, কিয়নো তাতে মোৰ অনিয়াই কৰম হব।

## পাৰচি দেসৰ বাদস্যা।

King of Persia.

পাৰচি দেসৰ বাদস্যাৰ একন বৰ লোকে ৰজাৰ পৰা এক উত্তম বিসইৰ পদ পাবলৈ



## কামৰূপৰ বুৰঞ্জি, ৩ আধ্যা।

History of Kamrup, Chap. 3.

তাত পাচে কলিয়া কটকিক সত্ৰাজিতৰ ঠাইলৈ পঠাইছিলে। পাচে কটকিৰ বস্তু চোৰে নিলে, এই কথা সত্ৰাজিতে সুনি পিতলৰ কলহ ১ জোৰ, কাপৰ ১ জোৰ, ৰূপ ২০ সেৰ আৰু খাবৰ বস্তু জাত সৈতে দি পঠালে। নাও বৈঠাক কিছু নি দিলে; পাচে নাও বৈঠা আহিলত মহা ৰজাত গোচৰ দিলে, বোলে, সৰ্গদেৱৰ কটকি হৈ বঙ্গালত বস্তু খুজিব পাই নে কি? পাচে মহা ৰজাই দাই ধৰি সুধিলত কটকিএ বোলে, মোৰ বস্তু জাত চোৰে নিবৰ সুনি আপুনিহে দি পঠাইচে, মই খোজা নাই; সৰ্গদেৱে বোলে, এই কথাকে কোনে জানে? কটকিএ বোলে, ভেলাইএ জানে; আগ চকিয়ালে জানে, পাচে ভেলাইত লাঙ্গি ফুকনক সুধিব দিলে, কটকিকো ভঁৰালি গোহাঁইক বন্দিকৈ থব দিলে; পাচে সাত কটকিৰ লগত বন্দিকৈ থলেনি।

এক দিনা মহা ৰজা পৰ্ব্বতৰ পৰা আহোঁতে হাতি সালত দেখি, সাতোকো কাটিব দিলে। ভঁৰালি গোহাঁইএও জাতো সাতৰ লগত থলে। এতেকেহে সাতৰ লগত আঠকো কাটিবলৈ ওঁৰিকা কোথৰলৈ নিলে। কলিয়া কটকিএ বোলে, সাতোটাহে কাটিব দিচে, মই ইহঁতৰ লগৰ ন হও, মোক আন দাইতেহে বন্দি কৰিচে, তথাপি নেৰাতে টকা জাচিলে, খৰাখৰে টকা দি এৰাল, তাত পাচে লাঙ্গি ফুকনে সোধ পোচ কৰি জনাই পঠালে, বোলে, হই, সত্ৰাজিতে সুনি আপুনিহে দিলে, পাচে সৰ্গদেৱে কটকিক আনিব দিলে। পাচে ভঁৰালি গোহাঁয়ে কাটিবৰ কথা কলত সৰ্গদেৱে বহু অসন্তোস কৰিলে গোহাঁইকো দাই ধৰি খঙ্গিলে, বৈঠাৰ বৰা সইকিয়াকো কাটিলে চাউতাঙ্গকো কাটিলে।

তদনন্তৰে বৰ গুৰুএ সৰ্গদেৱত কলে, মোৰ মানুহ এটা আহি তাটি দিকিৰ বাত্ৰা কৈচেহি, আমাক বুজক প্ৰতি বঙ্গাল বিৰুৰ আহিচে। এই কথা মহা ৰজাই ভেলাইলৈ সুধি পঠালে; ভেলাএ বোলে, মোক সৰ্গদেৱে এই কথাৰ ওপৰে থৈচে, মই ই কথা জনাই নাই, বৰ গুৰুএ কেনেকৈ কই, মই নে জানোঁ। পাচে সৰ্গদেৱে বোলে, তোৰ জি কথা তাক কৰি, তই ইকথা কেনেকৈ ক, এই দাই ধৰি বৰ গুৰু কটকিক কাটিলে। তাত পাচে সত্ৰাজিতে তাৰ বংসৰ দহেকিয়া পুতেকটিকে তাৰে ধাইকে মহা ৰজাক সেৱা কৰিবলৈ সঁজাতিৰ লগত পঠাই দিলে। পাচে সৰ্গদেৱে পৰ্ব্বতিয়া বৰ গোহাঁইক তুলিব দিলে, গোহাঁয়ে বোলে, জিয়াপোক পঠাবৰ উচিত ন হই, কথা বাত্ৰাৰো পাত্ৰ ন হই, সৰাও একো কথা নে জানে, ইহঁতৰে মই কি কথা হম, এই বুলি নু তুলিলে, পাচে সৰ্গদেৱে বৰ গোহাঁইক খঙ্গিলে। বুৰা গোহাঁইকে বৰ পাত্ৰকে তুলিব দিলে; পাচে সৰ্গদেৱেই তুলিলে, হাতি ১ টা, ঘোৰা ২ টা, টাৰ, হাৰ, ৰূপ ২০০০ দি বিদাই দিলে। পাচত বৰ গোহাঁইক খঙ্গ কৰি ভাঙ্গিলে। তাত পাচে মহা ৰজা লাঙ্গি ফুকনক আগ্যা কৰিলে বোলে, জেনেকৈ পাৰে উপাই কৰি সত্ৰাজিতক ধৰি দিয়ক ভেলাইৰে কথা হৈ; পাচে লাঙ্গি ফুকনে ভেলাইক বুলিলে, তই জেনেকৈ পাৰ সত্ৰাজিতক অনা আমিয়েৰে কথা হবলৈ বুলি, জদি আহে আমালৈ বাত্ৰা জনাবি, আমিও সাজু হৈ উমানন্দৰ বালিলৈকে জাম, পাচে ভেলাই গৈ বৰ ফুকনৰ আগ্যা সত্ৰাজিতত কলে, তাই নেৰাৰেৰে দেখা দেখি নতু ইও আৰু বুলিলে, জদি আহে আমাৰে কথা বাত্ৰা হবলৈ, আমিও জাম উমানন্দৰ বালিলৈ তেঁও আহিব, তালৈকে এই বাত্ৰা সিয়ু আমালৈ জনাবি; সত্ৰাজিতে বোলে, এক দিনা আমিও জাম। এই কথা ভেলায়ে বৰ ফুকনলৈ জনাই পঠালে। পাচে বৰ ফুকনে কাজলি মুখিয়া জত ফুকন হাজৰিকিয়া সবাকে লগত লৈ উমানন্দৰ বালিত ৰহিলগৈ। সত্ৰাজিতেও ৬০ কুৰি বৈঠাৰে আহি দেখা দেখি হল। বামলৈ মুঠিল আহোমে কোনো ধান কৰে বুলি, বৰ ফুকনে সত্ৰাজিতলৈ সোন এসেৰ, কোঁঠা ১০০, খন, খঙ্গা ৩০ খন, কলা

পাটিয়া ৪০, গাস্ত ৭ টা। সত্ৰাজিতে দিলে, দলি-চা ২০ খন, লাহুৰি ২০, পামৰি ৪০ খন, তাও ৪০ কুৰি, পোআল ২ ধাৰ, সঁক ১৫৪১ মাহ চত।'

---

## সুৰ্জৰ উদই ।

অৰ্থাত

লৰাবিলাকৰ গিয়ান জনমোআ ধৰম উপদেস।

## সৰিলৰ বিসই ।

১ আধ্যা ।

**Peep of Day.—Chap. I.**

হে প্ৰিয় লৰা সকল, তোমোলাকে আকাসৰ মাজত সুৰ্জক দেখিচা। তাক কোনে আকাসৰ মাজত ৰাখিচে?

ইস্বৰে ৰাখিচে।

তোমোলাকে হাত মেলি সেই সুৰ্জক চুকি পাৰ পাৰা নে? ন হই, তাক নোআৰোঁ।

সুৰ্জ তললৈ খহি ন পৰিবলৈ কোনে ধৰি আচে? ইস্বৰে।

ইস্বৰে আপোন সক্তিৰে ধৰি থকাৰ কাৰনে সি ন পৰে।

ইস্বৰে স্বৰগত বসতি কৰে; স্বৰগ সুৰ্জতকৈও বৰ ওখ।

তোমোলাকে ইস্বৰক দেখিবলৈ পোআ নে? ন হই, তেঁওক দেখা নো পোআ।

তথাপি তেঁও তোমোলাকক দেখে, কিয়নো ইস্বৰে সকলোকে দেখে।

ইস্বৰে প্ৰথমতে সকলোকে সৃজিলে, আৰু তেঁও সকলোকে প্ৰতিপালন কৰে। ইস্বৰে সুৰ্জক সৃজিলে, আৰু তেঁও দিনে দিনে পহৰ কৰাই। ইস্বৰে ৰৰখুন সৃজিলে, আৰু তেঁও ৰৰখাই। ইস্বৰে বতাহ সৃজিলে, আৰু তেঁও ইয়াকে বলাই।

মোৰ প্ৰিয় লৰা সকল, ইস্বৰে তোমোলাককো সৃজিলে, আৰু তেঁও তোমোলাকক জিয়াই ৰাখে।

তোমোলাকৰ সৰু সৰু সৰিল আচে; মুৰৰ পৰা ভৰিলৈকে গোটেই গা সৰিল বোলে।

তোমোলাকৰ সৰু সাৰিল জিয়া, সেই দৰে সকলো বস্তু জিয়া নে? ন হই।

সিল জিয়া ন হই। কিন্তু তুমি সিলৰ চিচিনা নো হোআ; সিল এডোখৰ আঙুলিৰে চোআচোন সি কেনে চেঁচা! তোমোলাকৰ সৰু সৰিল তপত; কোনে তপত কৰিচে?

ইস্বৰে।

ইস্বৰে স্বৰগত বসতি কৰিলেও, তেঁও স্বৰগৰ পৰা তললৈ চাই, তোমোলাকক জিয়াই ৰাখিচে।

তোমোলাকৰ মুখৰ আগত হাত দিয়াচোন; কি অহাৰ গম পাইচা?

সেয়ে তোমোলাকৰ উসাহ। তোমোলাকে সদাই উসাহ লৈ থাকা। জেতিয়া টোপনিয়াইচা তেতিয়াও উসাহ লৈচা; তোমোলাকে উসাহ নো লোআকৈ থাকিব নোআৰা।

কিন্তু কোনে তোমোলাকক উসাহ দিএ

ইস্বৰে সকলোকে কৰে। ইস্বৰে তোমোলাকক এই সৰু সৰিল দিচে, আৰু তাকে জিয়াই ৰাখি, উঠি লৰি ফুৰিবলৈ আৰু উসাহ লবলৈকো দিচে। তোমোলাকৰ সৰিলৰ ভিতৰত হাৰ আচে, ইস্বৰে তাক সকত আৰু টান কৰিলে। দেখাচোন, তোমোলাকৰ হাতত, ভৰিত, পিঠিত, কোলত, অনেক অনেক প্ৰকাৰ হাৰ দিচে।

ইস্বৰে তোমোলাকৰ হাৰবোৰক মঙহেৰে ঢাকি থৈচে, তোমাৰ মঙহ কোমল আৰু তপত।

তোমোলাকৰ মঙহৰ ভিতৰত তেজ আচে; আৰু ইস্বৰে বাজত চাল দিচে, আৰু এয়ে তোমোলাকৰ সৰিলক ঢোলাৰ দৰে মেৰাই আচে।

এতিয়া তেনে হলে তোমোলাকৰ হাৰ, মঙহ, তেজ, চাল, এই সকলো গাটো সৰিল বোলে। তোমোলাকক এনে সৰিল দিয়াতে ইস্বৰ কেনে দায়ালু হৈচে। তোমাৰ সৰিলত দুখ নে পাবা বুলি মই আসা কৰিচোঁ।

তোমাৰ হাৰ ভাগিব নে? হই, ভাগিব পাৰে। জদি তুমি ওখ ঠাইৰ পৰা পৰা,

নাইয়া গাবি জদি তোমাৰ ওপৰে জাই তেতিয়া ভাগিব।

জদি তুমি নৰিয়া হোআ, তোমাৰ মঙ্গহ খই হৈ জাব, আৰু হাৰ চালৰ বাজে, প্ৰাই একো আৰু নে থাকিব।

বহু দিন নৰিয়া হৈ থকা কোনো লৰা তুমি দেখিলা নে?

নৰিয়া পৰা কেঁচুআ লৰা এটি মই দেখিলোঁ। তোমাৰ চিকিনা গাল মুখ তাৰ পূৰ ন হই, আৰু তোমাৰ দৰে মঙ্গহেৰে পূৰ হোআ হাতো ন হই, তাৰ প্ৰায়ে আটাই মঙ্গহ গল, আৰু তাৰ সৰু সৰু হাৰবিলাক কেৱল চালেৰে মাথোন ঢকা হৈছিল, কিন্তু ইশ্বৰে তোমাক সকত আৰু ভালে ৰাখিছে।

তোমোলোকৰ সৰু সৰিলবোৰ দুখ পাবলৈ কিমান খিল হই!

জদি জুইত পৰে, তেনে হলে ই পুৰি জাব; জদি তপত পানি ইয়াৰ ওপৰত পৰে, তেতিয়াও পুৰিব; জদি দ পানিত পৰে, আৰু তাৰ পৰা লগতে মু তুলিলে ডুবি মৰিব, জদি কটাৰিএ কাটে, তেজ ওলাব, জদি ডাঙ্গৰ চন্দুক তোমাৰ মূৰৰ ওপৰত পৰে, তোমাৰ মূৰ ভাগি চিগি জাব; জদি ওখ খিৰিকি দুআৰৰ পৰা পৰা, তোমাৰ ডিঙ্গি ভাগিব; জদি দিন চাৰেকলৈ নো খোআ, তোমাৰ সৰু সৰিল নৰিয়া হব; তোমাৰ উসাহ বব, আৰু তুমি চেঁচা হৈ পাচে লগতে মৰা হবা।

তোমাৰ সৰিল কিমান দুৰ্বল, তাকে এতিয়া তুমি দেখিচা।

তোমাৰ আপোনাৰ সৰিল নৰিয়া আৰু দুখ সো পোআকৈ ৰাখিব পাৰা নে?

তুমি আপোনাক দুখ নি দিবলৈ কাৰ্বাৰ কৰিবা, কিন্তু কেৱল ইশ্বৰেহে তোমাক সকলো আপদৰ পৰা ৰাখিব পাৰে। জুই, পানি, ঘা, খেউঁলা, আৰু সকলো প্ৰকাৰ নৰিয়াৰ পৰা ৰখ্যা পাবলৈ, আঁচু পাৰি ইশ্বৰলৈ প্ৰাৰ্থনা কৰি কোআ, হে ইশ্বৰ, মোৰ সৰু নিৰ্বলি সৰিল সকলো আপদৰ পৰা ৰখ্যা কৰা; ইশ্বৰে তোমাৰ প্ৰাৰ্থনা সুনি, তাতে তোমাক ৰখ্যা কৰিব।

## ধৰম সাস্ত্ৰক মান্য কৰা এক সৰু লৰাৰ কথা।

**A little Child's Reverence for the Bible.**

"মোক ভই আৰু দুখে ধৰিচে, কিয়নো অধৰমি লোকে তোমাৰ সাস্ত্ৰক অৱহেলা কৰে"।

কোনো এক সময়ত এটা সৰু লৰাই মাকে পঠোআত চাবন কিনিবলৈ বজাৰলৈ গল; তাতে দোকানিএ চাবন জুখি এখানি ধৰম সাস্ত্ৰৰ পাত এটি ফালি তাতে চাবন ভোখৰ মেৰাবলৈ ধৰিলে। লৰাটিএ ইয়াকে দেখি আচৰিত মানি কলে, হে পোহাৰি, তুমি ধৰম সাস্ত্ৰৰ পাত ফালিচা নে? তেতিয়া পোহাৰিএ কলে, ধৰম সাস্ত্ৰ হইতো; ইয়াত নো কি জগৰ হল? লৰাটিএ সেই কথা সুনি বৰ ম্লানতেৰে পুনৰাই কলে, ধৰম সাস্ত্ৰ ফালি নষ্ট কৰা অতি অনুচিত। তাতে পোহাৰিএ সুধিলে, কেলেই অনুচিত হব? মই দোকানৰ কাম চলাবলৈ এই তুলাপাত কিনি আনিচোঁ। তেতিয়া লৰাই কলে, তেন্তে তুমি, এই ৰূপে ধৰম সাস্ত্ৰ নষ্ট কৰি থাকিচা; সেয়ে মোৰ হোআ হলে, কোনো মতে মই তাক নষ্ট ন কৰিলোঁহেতেন। এই কথা কোআত সেই তিৰিএ লৰাৰ মন উত্ৰাৱল হোআ দেখি উত্তৰ কৰিলে, মই জি দৰত এই সাস্ত্ৰ কিনিলোঁ, তুমি সেই মান ধন দিলে ইয়াক লব পাৰিবা। তাতে লৰাই বুলিলে, তেন্তে ৰাৰু, মই ঘৰলৈ গৈ আইৰ পৰা পইচা খুজি আনোঁ। এনে কথা কৈ সি বেগতে ঘৰলৈ গৈ, মাকত পইচা খুজিলে। মাকে সুধিলে, কিহৰ নিমিত্তে পইচা খুজিচ? লৰাই সমিধান দিলে, মই বজাৰত চাবন কিনিবলৈ জাঁওতে পোহাৰিএ মোক চাবন জুখি দি ধৰম সাস্ত্ৰ ফালি তাৰ পাতেৰে চাবন মেৰাই দিয়া দেখি কলোঁ, ধৰম সাস্ত্ৰ ফালি নষ্ট কৰা অতি অনুচিত কৰম। পাচে পোহাৰিএ মোত সেই পুথি বেচিব খুজিলে; তাতে ধৰম সাস্ত্ৰ জেন নষ্ট ন হই এই হেতুকে তোমাত পইচা খুজিচোঁ। এই কথা সুনি তাৰ মাকে বুলিলে, হে মোৰ প্ৰিয় লৰা, মোৰ হাতত পইচা নাই, এই নিমিত্তে দিব নোআৰোঁ। তাতে

লৰাটিএ কান্দি কান্দি পুনৰবাৰ পইচা খুজিলে; কিন্তু মাকে পইচা নি দিয়াত লৰাই আৰুও কান্দি কান্দি দোকানলৈ উলটি গৈ দোকানিত কলে হে পোহাৰি, মোৰ আই বৰ দুখিনি এই হেতুকে মোক পইচা দিব নোআৰিলে; তথাপি মই কঁও, তুমি ধৰম শাস্ত্ৰ কোনো মতে নষ্ট ন কৰিবা, কিয়নো ধৰম উপদেসক লোকৰ মুখে মই সুনিচোঁ, বোলে, তাৰ মাজত ইশ্বৰৰ জিৱন ৰুপ বাক্য আচে। লৰাৰ এনে কথাত দোকানিএ কলে, তুমি নে কান্দিবা, জদি ইয়াৰ সমান জোখেৰে তুমি আন তুলাপাত আনি দিব পাৰা, তেতিয়া মই তোমাক এই পুথি দিম। ইয়াতে লৰাই আনন্দিত মনেৰে তুলাপাত আনোঁগৈ বুলি, আপোনাৰ মাকৰ ওচৰলৈ লৰি গল, আৰু দোকানিৰ কথা কৈ তুলাপাত খুজিলত মাকে সকলো অকাৰ্য্যৰ তুলাপাত বিচাৰি তাক দিলে; কিন্তু সেই তুলাপাতে মু জুৰিব হেন জানি, গিয়াতি কুটুম্বৰ ঘৰলৈ গৈ আৰু তুলাপাত ললে। সেলে জেতিয়া তাৰ সমান জোখেৰে তুলাপাত হৈচে বুলি জানিলে, তেতিয়া দোকানিৰ ওচৰলৈ গৈ কলে, হে দোকানি, তুলাপাত আনিচোঁ। তাতে পোহাৰিএ তাক জুখিলত ধৰম শাস্ত্ৰতকৈও অধিক বৰ্হা পালে, তাতে লৰাই হৰ্সিত মনে এটাহ পাৰি কলে, এতিয়া ধৰম শাস্ত্ৰ খনি মোৰ হল। পাচে সেই পোহাৰিৰ অনুগ্ৰহ জানি ধৰম শাস্ত্ৰ হাতত লৈ মাকৰ ওচৰলৈ লৰ ধৰি গৈ অতি আনন্দিত মনেৰে বেলিএ বেলিএ কলে, মই ধৰম শাস্ত্ৰ পালোঁ।

হে মোৰ প্ৰিয় লৰা চোআলিবিলাক, সেই সৰু লৰাটিৰ দৰে ইশ্বৰৰ শাস্ত্ৰ হানি ন হৰলৈ, আৰু তাক পাবলৈকো তোমোলাকৰ মাজৰ কেইটাৰ উচাহ আচে? জদি সেই লৰাৰ দৰে তোমোলাকৰ মন হই, তেন্তে তোমোলাকে অনন্ত পৰকালত ইশ্বৰৰ সন্তান হবা; কিয়নো জি লৰা চোআলিএ ইশ্বৰৰ শাস্ত্ৰ আৰু বাক্য মান্য কৰে, তাকো ইশ্বৰে আপোনাৰ পো জি বুলি, লবলৈ প্ৰতিগ্যা কৰিচে।

ৰ. ন. ৰ



## খেহ লোকৰ ক্ৰিপা কৰোঁতা দেৱি।

The Chinese Goddess of Mercy.

ওপৰে জি খেহবিলাকৰ ক্ৰিপা কৰোঁতা দেৱিৰ মূৰ্ত্তি লিখা হল, তাকে খেহবিলাকে হেজাৰ হতিয়া দেৱি বুলি মাতে; কেতিয়াবা কেতিয়াবা এই মূৰ্ত্তিত খনিকৰে বা সাঁচত কৰোঁতে লগাব পাৰে মানে হাত লগাই দিএ, কিন্তু এইটোত বাৰে খন হাত মাথোন দিচে। এই হাতবিলাকে দুখিত হোআবিলাকক উপকাৰ কৰিবলৈ পাৰক হোআৰ চিন। ওপৰৰ দুখন হাতেৰে খেহ আখৰেৰে লিখা চন্দ্ৰ সূৰ্জ্যৰ নাম ধৰি আচে। দুৰুপ হাতৰ নিচিনা হোআ দুখানেৰে কৰজোৰ কৰি প্ৰাৰ্থনা কৰি থকাৰ দৰে দেখাই। তাই আসনৰ ওপৰত থকা পদ্ম ফুলৰ ওপৰত বহি আচে।

সিইতৰ কোনোএ জদি নাৱত জাত্ৰা কৰিবলৈ ধৰে, সি আগেএ স্বৰগৰ কুঁঅৰি নামে জি এজনি তিৰোতা স চাৰেক বচৰৰ আগেয়ে জিয়াই আচিল, তাইৰ মূৰ্ত্তিক পূজা কৰে, জেন তাৰ নাও সকলো আপদৰ পৰা ৰখ্যা পাই। জদি কোনোবো আপদ ঘটে, তেন্তে এই ক্ৰিপা দেৱিক আৰাধনা কৰিব লাগে। জদি বিদ্যাত পাৰ্গত হব খোজে, তেন্তে গিয়ান দিওঁতা

দেৱতাক পূজা কৰিব পাই। জদি নৰিয়া পৰে তেনে হলে ঔষধৰ দেৱক পুজিব লাগে। জদি আপোনাক পাপি বুলি জানি পৰলোকৰ সাস্তিলৈ ভই কৰে, তেন্তে পৰিত্ৰান পাবলৈ বুধ দেৱতাৰ নাম লৈ থাকিব লাগে। এই দৰে খেহবিলাকে মিচা ভুল ভ্ৰান্তিত মৰনলৈকে ফুৰি মৰি আছে।

সেই দৰে আমাৰ এই দেসতো ন হই নে? হই, দেওপুজকৰ আচাৰ ব্যেহাৰ আৰু অৱস্থা সকলো দেসতে একে।

আমাৰ লোকেও তেনেকৈ সুখ পবিত্ৰ সৰ্ব-বিয়াপি সৰ্বসক্তিমান সৰ্বগিয়ানি পৰম ইস্বৰৰ অনুগ্ৰহ নিতে নিতে পায়ো, এনে জনৰ বিসয়ে একো চিন্তা ন কৰি আপোন হাতেৰে কুচিত মুৰ্তিবিলাক সাজে, আৰু জি একো কৰিব নো-আৰে, তাকে পৰম ইস্বৰ বোলে, আৰু তাৰে পৰা সকলো উপকাৰ পাইচোঁ বুলি ভাবে! ইস্বৰক প্ৰতি এনে কেনে ভাবি নিন্দা ভাবি চোআইক। জ. ট.

## মিচা কথাত ভই পোআ এক সৰু লৰাৰ কথা।

George Washington.

"গিয়ানি পুত্ৰই পিতৃক আনন্দিত কৰে"।

উত্তৰ আমেৰিকা দেসৰ খিয়াতিমন্ত জৰ্জ ওআচিংটন চাহাব জেতিয়া ছই বচৰ বয়সিয়া হৈছিল, তেতিয়া বাপেকৰ পৰা এখনি সৰু হাত কুঠাৰ পোআত তেঁও অতিসই সন্তোস হৈ জি ঠাইলৈকে জাই, সেই ঠাইতে চকুৰ আগত জি-হকে দেখা পাই, তাকে হাতৰ কুঠাৰৰ দোআ-ৰাই কাটি কাটি থাকে। এই ৰুপে কৰোঁতে কৰোঁতে বাৰিলৈ গৈ তেঁওৰ বাপেকৰ অতি চেনেহৰ এজোপা গচ কাটি পেলালে। তাৰ পাচৰ দিনত তেঁওৰ বাপেক সেই বাৰিলৈ জো-আত কটা গচ দেখি মনত অতি দুখ পাই, কি-হৰ নিমিত্তে কাটিলে বুলি মালিইতক সুধিলে; মালিএ তাৰ কাৰন নে জানি একো উত্তৰ দিব নোআৰিলে। কিন্তু চাহাবে কলে, জদি কো-নোএ মোক এই গচ কাটিবলৈ পঞ্চাস টকা ধন দিয়া হলেও, মই তাক নষ্ট কৰিব নি দিলোঁ-হেঁতেন। এনে কালতে সেই লৰাটি হাতত কুঠাৰ লৈ বাৰিত ওলালত বাপেকে লৰাক দেখিএই অনুমান কৰিলে, বোলে, ইয়েহে গচ কাটি নষ্ট কৰিলে; সেই হেতুকে তেঁও তাক মাতি সুধিলে, এই সুন্দৰ সৰু গচ জুপি কোনে কাটিলে, তাক তই জান নে? তাতে লৰাই কিচু বেলি নিমনৰ দি থাকি, সেসে গম্ভিৰ মা-তেৰে কবলৈ ধৰিলে, হে পিতৃ, মই মিচা কথা কব নোআৰোঁ, ইয়াক আপুনি জানে, মইহে এই কুঠাৰৰ দোআৰাই গচ কাটিলোঁ। এনে কথাৰ নিমিত্তে তেঁওৰ বাপেকে মনত হৰ্সিত হৈ কলে, হে মোৰ প্ৰিয় পুত্ৰ, মোৰ কোলালৈ আহা, তুমি মোৰ গচ কাটি নষ্ট কৰিলা, তাতে মই বেজাৰ নে পাও, কিয়নো তোমাৰ সত্য কথাতে এই গচৰ মুলতকৈ হেজাৰ গুন অধিক মুল্য মোৰ লাভ হল; জি হেতুকে ৰুপৰ কলি আৰু সোনাৰ ফুল ধৰা গচতকৈও সত্য কথাত অতি মুল্য বুলি জানোঁ। ন. ল. ক.

## চুৰ কৰিবলৈ ভই কৰা এক সৰু লৰাৰ কথা।

A Boy feared to Steal.

"ধৰমি অধৰমি দুয়ো লোকক ইস্বৰৰ চকুএ সদাই দেখি আছে"।

কোনো এক দিনত এটি সৰু দুখিয়া লৰাই কোনো ভাগ্যৱন্ত তিৰিৰ ঘৰত কাম কৰিবলৈ গৈছিল। পাচে সুন্দৰ সুন্দৰ আৰু বহু মুল্য বস্তুৰ পাত্ৰ থকা এনে এটা কোঁ-ঠাত কাম কৰোঁতে, সেই সকলো আচৰিত বস্তু দেখিবৰ মনেৰে থিৰ হল; এনে সম-য়ত হিৰাৰে ভুসিত এটি সোনাৰ ঘৰি হাতত তুলি লৈ ওলোটাই পালটাই চাবলৈ ধৰি-লে। এনেতে এই ৰুপ এটা ঘৰি জেৰ মোৰ হৰ, হঠাতে মনত এনে ভাবনা জনমিল। খেনেকৰ পাচে সি আপোনাৰ মনতে বুলিব ধৰিলে, মই ইয়াক লব খোজোঁ, কিন্তু জদি লওঁ, তেন্তে চোৰ হম। পাচে ঘৰি লৰ-লৈ বৰকৈ ইচা হলত সি কলে, এতিয়া

মোক কোনোএ দেখা নাই, এই হেতুকে ভাল মতে লব পাৰিম; কিন্তু তেতিয়া তাৰ মনত এই ৰূপ কথা সুঁঅৰিলে, কোনো মানুহৰ চকুএ মোক দেখা নাই হই, তথাপি পৰম ইশ্বৰ সৰ্ব্ববিয়াপি, তেঁৱে নিচয়ে মোক দেখি আছে; জদি ইয়াক চুৰ কৰি নিঁও, তেন্তে তেঁওৰ আগত কেনেকৈ প্ৰাৰ্থনা কৰিব পাৰিম? আৰু মৰন কালত বা কি ৰূপে সান্তনা পাম? এই হেতুকে মই কোনো মতেও ইয়াক ন লম; চুৰ কৰি ধনৱন্ত হোৱাতকৈ ধৰমি হৈ দুখিয়া হোৱাই ভাল। ইয়াকে কৈ সেই ঘৰি সেজৰ ওপৰত থৈ সি পুনৰাই কাম কৰিবলৈ ধৰিলে। এনে কালত তাৰ ওচৰৰ এক কোঁঠাৰ মাজত সেই ঘৰৰ তিৰি থাকি এই সকলো কথা সুনি আচিলে, সেই নিমিত্তে তাৰ পাচৰ দিনত তিৰিএ তাক মাতি কবলৈ ধৰিলে, তই কালি সেই ঘৰি কিয় ন ললি? তাতে সৰাটে বিচুৰ্ত্তি হৈ তিৰিৰ তৰিত পৰি নিস্মৰ দি থাকিল। পাচে তিৰিএ তাক বুলিলে, পৰম ইশ্বৰে অনুগ্ৰহ কৰি তোক চোৰ কৰা পাপৰ পৰা ৰখ্যা কৰিলে, সেই কাৰনে তেঁওৰ নাম ধন্য হওক, আৰু ইয়াৰ পাচলৈ লোভৰ বিসয়ে সাৱধান হবি। কিন্তু তোৰ অকপট স্বভাৱৰ কাৰনে আজিৰে পৰা মই তোক মোৰ এটা চাকৰ কৰি ৰাখিলোঁ, তাত বাহিৰে অন বস্ত্ৰ আৰু জিহত সকলো দোসৰ পৰা ৰখ্যা পাব, এনে উত্তম কথা তোক সিকাম। এই কথা সুনিলত সৰাটে অতিসই আনন্দ হৈ একো উত্তৰ দিব নোৱাৰি কান্দিবলৈ ধৰিলে। পাচে সেই তিৰিএ আপোনাৰ প্ৰতিগ্যাৰ দৰে সৰাৰ প্ৰতি কৰাত, সেই সৰা অতিসই গুনৱন্ত আৰু উত্তম লোক হল।

হে মোৰ অতি প্ৰিয় সৰা চোৱালিবিলাক, তোমোলাকে জদি ওপৰত কোৱা এই দুটি সৰাৰ দৰে মিচা আৰু চুৰ কৰিবলৈ আৰু সকলো বিধ পাপলৈকো সৰ্ব্বদৰ্সি পৰম ইশ্বৰৰ আগত ভই কৰা, তেন্তে তোমোলাকে সেই দুটি সৰাৰ নিচিনা প্ৰিথিবিতে উত্তম লোক হবা, আৰু অনন্ত পৰলোকলৈ গলেও ইশ্বৰৰ সুখত ঠাই পাবা। তাতে তোমোলাকৰ দুখ, ৰোগ, মৰন আৰু কোনো বিধ ক্লেস ন হব, কিন্তু ইশ্বৰৰ আগত পবিত্ৰ সুচি হৈ তেঁওৰ আনন্দৰ ভাগি হবা। এই কাৰনে মই তোমোলাকৰ হিত চিন্তা কৰোঁতা হৈ তোমোলাকক বিনই কৰোঁ, তোমোলাকে সকলো কালতে সকলো পাপ আৰু অসুচি কৰম জেন ন কৰা, এই হেতুকে তোমোলাকৰ চকুৰ আগত ইশ্বৰলৈ ভই ৰাখা। ন. স ক.

---

## হাকিম কালিফ।

Hakim the Caliph.

হাকিম নামে কালিফে আপোনাৰ ৰাজ ঘৰ কিছু বঢ়াবলৈ ইচা কৰি, তেঁওৰ ওচৰত থকা এক দুখিনি তিৰিৰ মাটি এডোখৰ কিনি লবলৈ জতন কৰিলে; কিন্তু সেই দুখিনি তিৰিএ আপোন পিত্ৰিৰ অধিকাৰ বেচিবলৈ অসম্মতি হোৱাত, আমলাবিলাকে বলেৰে কালিফৰ নামে সেই মাটি কাঢ়ি ললে। দুখিনি তিৰিএ সেই অনিয়াই কৰমৰ কাৰনে নগৰৰ প্ৰধান বিচাৰ কৰ্ত্তাৰ ওচৰলৈ গৈ গোচৰ কৰিলে; তাতে অধিকাৰে সেই কথা অতি ভাৰি হোৱা বুজি, তেঁও এটা থৈলা লৈ ঘোঁৰাত উঠি কালিফৰ ওচৰলৈ গৈ সেই থৈলাটো তেঁও ৰকে লোৱা ভুমিৰ মাটিৰে ভৰাবলৈ কালিফৰ আগত মাগন কৰিলে। হাকিমে তেঁওৰ এই ৰূপ প্ৰাৰ্থনাত চমত্কাৰ হল, তথাপি মাটিৰে থৈলাটো ভৰাবলৈ আগ্যা দিলে। থৈলা জেতিয়া মাটিৰে পুৰ হল, তেতিয়া বিচাৰ কৰ্ত্তাই কালিফৰ ওচৰলৈ আহি আকও এই আগ্যা কৰিলে, বোলে, এতিয়া আপুনি মোৰ থৈলাটো গাধৰ ওপৰত তুলি দিবলৈ দিওক। তাতে হাকিমে এই অতি আচৰিত নিবেদনত অধিক বিস্মই মানি কেৱল এই উত্তৰ কৰিলে, বোলে, এয়ে বৰ ভাৰি। তাতে বিচাৰ কৰ্ত্তাই অতিসই সাহেৰে কালিফক ইয়াক কলে, বোলে, হে মহাৰাজ, জি মাটি আপুনি বলৰ দোৱাৰাই তাৰ অধিকাৰ দুখিনি তিৰিৰ পৰা কাঢ়ি ললা, তাৰ কেৱল অলপ মাটি মাথোন এই মোৰ থৈলাত

আচে; জদি আপুনি এই অলপ মাটিৰে তাৰ সহিব নোআৰিলা, তেন্তে ইশ্বৰৰ সাধ্যাত বিচাৰ হোআ সময়ত সকলো মাটিৰ ভাৰ কেনেকৈ সহিবা? সেই কথা সুনাত কালিকে তেতিয়ানে সেই দুখিনি তিৰোতাৰ মাটি ওলোটাই দিলে।

## আগ্ৰিপা ৰজা।

King Agrippa.

জেতিয়া আগ্ৰিপা ৰজা পৰ দেসত আচিল, তেতিয়া তেঁওৰ এক বন্দিএ তিবেৰিয়া ৰুমিয়া বাদস্যাৰ আগত তেঁওৰ বিৰোধে হিংসাৰ কথা লগালে। তাতে বাদস্যাই ৰজাক সিকলিৰে বান্ধি ৰাজ দুআৰৰ সমুখত ৰাখিবলৈ আগ্যা কৰিলে। সেই কাল সুৰ্জৰ বৰ তাপ হোআত আগ্ৰিপা ৰজাৰ অতি পিয়াহ লাগিল। সেই নিমিত্তে কালিগুলা নামে কোনো লোকৰ এক বন্দিক পানিৰ কলহ লৈ জোআ দেখি তাঁক মাতি অলপ পানি খাবলৈ খুজিলে। তেতিয়া বন্দিএ অতি মান্য ৰূপে তেঁওক পানি খাবলৈ দিলে। তাতে আগ্ৰিপাই জল পান কৰি বৰ ত্ৰিপ্তি পাই তাক কলে, জদি মই মুকলি হব পাৰোঁ, তেন্তে এই টোপা পানিৰ কথা মই কেতিয়াও নে পাহৰিম। তিবেৰিয়া বাদস্যাহ মৰাৰ পাচে তেঁওৰ উত্তৰাধিকাৰি কালিগুলাই আগ্ৰিপাক মুকলি কৰি য়িহুদি দেসৰ ৰজা পাতিলে। আগ্ৰিপাই এনে উত্তম পদ পাই বন্দিসালত পৰি থকা কালত তেঁওক জি এবাটি পানি দিচিলে, সেই কথালৈ নে পাহৰি পানি দিয়া বন্দিটক মতাই আনি আপোনাৰ ঘৰৰ সকলোৰে ওপৰত তাক অধিকাৰ পাতিলে।

এই ৰূপে আমাৰ প্ৰভুএও কৈচে, বোলে, জি কোনোএ মোৰ নামেৰে এটি সিস্যক এবাটি চেঁচা পানিকো দিএ, তাৰ ফৰম ফল কেতিয়াও নে হেৰাব।। আগ্ৰিপা ৰজাই জেনেকৈ সেই বন্দিক আপোনাৰ গোটেই ঘৰৰ ওপৰত অধিকাৰ পাতিলে, সেই ৰূপে আমাৰ প্ৰভুএ তেঁওৰ সিস্যক প্ৰেম কৰা লোকক কৰিব এনে ন হই, কিন্তু সেই মানুহক অনন্ত পৰিত্ৰানেৰে অধাই সুখ দিব। ন. স. ক.

## জৰ্মানি দেসৰ এক সাধু কথা।

A German Fable

হেৰোদ ৰজাৰ ৰাজ ঘৰত এজন চহকি মানুহ বাস কৰিচিল। তেঁও ৰাজ ঘৰৰ এক অধিকাৰ হৈ অনেক মুলিয়া মল মল আৰু বেজেনা বুলিয়া কাপৰ পিন্ধি, নিতৌ নিতৌ ঐশ্বৰ্জ হৈ আনন্দেৰে আচিল।

বহু দিন নে দেখা এনে তেঁক কালৰ মিতিৰে দুৰ দেসৰ পৰা আহি, তেঁওক মৰ্জদা কৰিবলৈ ৰাজ ঘৰৰ অধিকাৰে এটা ভোজ জুগুত কৰি, আপোনাৰ আটাই মিতিৰক নিমন্ত্ৰন কৰিলে। ৰূপৰ সোনৰ মাইহাঙ্গত অনেক প্ৰকাৰ সিজোআ আহাৰ, আৰু অনেক দামৰ ভোগজৰাত পনিয়ালৰ ৰস সুগন্ধি তেল মেজত থোআ হল। আৰু সকলোৰে নিমিত্তে আলহি সেৱক হৈ গিৰিহঁতে মেজৰ এমুৰে ঠাই ললে; আৰু দুৰ দেসৰ পৰা অহা মিতিৰ তেঁওৰ সৌঁ হাতে বহিল। পাচে সিবিলাকে খাই বৈ পান কৰি ত্ৰিপ্তি পালে।

তেতিয়া আলহিএ ৰজাৰ ঘৰৰ অধিকাৰ সকলো মানুহবিলাকতকৈ সুখিয়া হই বুলি, তেঁওৰ ঐশ্বৰ্জৰ প্ৰসংসা কৰি নিবেদন কৰি কলে; তোমাৰ ঘৰৰ গৌৰও আৰু মান্যৰ সমান মোৰ গোটেই দেসতো পোআ নে জাৰ। কিন্তু ৰজাৰ অধিকাৰে এটা ডাঙৰ আৰু অতি সুন্দৰ ৰঙা ৰবনিয়া টেঙা মাইহাঙ্গৰ পৰা বাচি লৈ কলে, এই টেঙা সোনৰ মাইহাঙ্গত আচিল, তাৰ আকাৰ বৰ সুন্দৰ। এই কথা কৈ তেঁও আপোনাৰ তেঁক কালৰ মিতিৰৰ হাতত টেঙা দিলে। পাচে মিতিৰে সেই টেঙা কাটিলত দেখা, তাৰ মাজৰ পৰা এটা পোক ওলাল। আলহিএ ৰজাৰ অধিকাৰলৈ চালে; কিন্তু গৰাকিএ তললৈ মুখ কৰি হমুনিয়াহ পেলালে।

ইয়াৰ অৰ্থ এই, টেঙাটোৰ বাহিৰে জেনেকৈ দেখিবলৈ সুন্দৰ বৰন, কিন্তু ভিতৰত পোকত খাজে একো ভাল পোআ ন হল, সেই ৰূপে ৰজাৰ দেস ধনৰ ঐশ্বৰ্জ আৰু সম্পত্তিৰে পুৰ হলেও, তথাপি তেঁওৰ সাননৰ

লোকৰ দৰে কোনো অনিয়াই আছে, বা ৰাজাৰ মাজত কোনো বিসম গুন থাকিব পাই।

## পৰিখাৰ বিবৰন।

Temptation.

মানুহবিলাকে জিমান দিন এই সংসাৰত বসতি কৰে, সিমান দিন পৰিখাৰ বস হৈ থাকে। ৰজা আৰু প্ৰজা, সৰু বা ডাঙ্গৰ লোক, সাধু বা অসাধু, স্বাধিন আৰু পৰৰ অধিন, দেসি বা বিদেসি, বগা বা কলা, প্ৰাই সকলো লোক পৰিখাৰ বস হৈ আছে। কিয়নো মানুহবিলাকৰ আয়ুস পৰিখাৰ নিচিনা হই। বিসেসকৈ খ্ৰিষ্টৰ সেৱকবিলাকৰ নানা প্ৰকাৰ চইতানৰ পৰিখা আছে, ইয়াক গিয়ানি মানুহে জানে, আৰু আপোনাৰ মনত সদাই ইয়াৰ প্ৰমান পাই। পৰিখাত পৰিলে দুখৰ কালৰ নিচিনা হই, কিন্তু সকলো বিসইত সাধু মানুহৰ সুখ আছে; জেনেকৈ সিল অতি কঠিন হই, সেই ৰূপে পৰিখা অতি কঠিন ন হলে সাধু মানুহৰ চিন পোৱা নেজাই। মানুহবিলাকক জি ৰূপ পৰিখাই ঘুৰি আছে, তাক ক্ৰমে লিখিম।

ধৰম সাস্ত্ৰৰ মাজত অনেক সাধু লোকৰ পৰিখাৰ কথা লিখা আছে। অতি মান্যৱন্ত পুৰুস আব্ৰাহাম আপোনাৰ দেস এৰি জোৱা কালত আৰু আপোনাৰ নিজ পুত্ৰক ইস্বৰৰ আগত বলিদান দিয়াৰ আগ্যাতে পৰিখা পোৱা হল। কোনোবিলাক পৰিখাত পৰি অনেক দুখ পাই। কোনোএ পৰিখাক জই কৰি তাৰ বস ন হই। য়োচেফে হলে পৰিখাক জই কৰিলে; আয়ুব নামে এজন মানুহক জি ৰূপ পৰিখাই ঘুৰি আছিল, তাক গুঁঅৰিলে আমাৰ মনত অতিসই ভই জনমে। আমাৰ ত্ৰান কৰ্ত্তা পুভু য়িচু খ্ৰিষ্ট এই জগতত অৱতাৰ হৈ চইতানৰ দোৱাৰাই নানা প্ৰকাৰ পৰিখা পোৱা হল; এই কথা ধৰম সাস্ত্ৰত লিখা আছে।

খ্ৰিষ্টিয়ান মানুহ চেতন হৈ নে থাকিলে, চইতানৰ পৰিখাই সিবিলাকক দুখ দিবলৈ চল পাব। এই নিমিত্তে জি কোনোএ খ্ৰিষ্টৰ ভকত হবলৈ মন কৰে, সি সৈন্যৰ দৰে আপোনাক জুগুত কৰোক, আৰু অস্ত্ৰ সস্ত্ৰ লৈ সি আপোনাক জুগুত হবলৈ কাৰ্বাৰ কৰোক। কিয়নো চইতান সত্ৰুএ চল পালে আপোনাৰ চোকা বান পেলাই দিব, জিহেৰে সি অনেকক নাস কৰিলে, আৰু সৰহ মানুহক সি সৰিলত দুখ দিলে। জদি খ্ৰিষ্টিয়ানবিলাকে আপোনাৰ প্ৰভুএ দিয়া অস্ত্ৰ লৈ পৰিখাৰে সৈতে জুধ কৰে, তেনে হলে নিচইকৈ জই হব, কিয়নো তেঁওৰ অস্ত্ৰ দুধৰিয়া চোকা তৰোৱালৰ নিচিনা হই, তাৰে অসংখ্যা সত্ৰু নাস হৈছে। সেই সত্ৰুবিলাকৰ মাজত অনেকে খ্ৰিষ্টত বিস্বাস কৰি বিস্বাসিবিলাকৰ লগত মিলি আছে, সেই নিমিত্তে সিইতক কোনোএ হিংসা কৰিব নোৱাৰে; আৰু জিহেৰে চইতানৰ পৰাক্ৰম নাস কৰিব পাৰে এনে উপাই সিবিলাকে বিচাৰি ফুৰিছে, এই নিমিত্তে আমিও তাক জই কৰিবলৈ উপাই বিচৰা অতি প্ৰয়োজন হই। কিন্তু খ্ৰিষ্টিয়ানবিলাকে ইস্বৰে দিয়া বাক্য ৰূপ অস্ত্ৰত ভাৰসা কৰি জুধ ন কৰিলে, আন কোনো উপায়েৰে তাৰ পৰিখা জই কৰিব নোৱাৰে। জিবিলাকে জুধ ন কৰে সিবিলাক অৱস্যে পৰিখাত পৰিব, কিয়নো পৰিখা কৰা জন অতি বলৱন্ত আৰু সাহিয়াল। ইস্বৰৰ পুত্ৰক অৰ্থাত ইস্বৰক পৰিখা কৰিবলৈ তাৰ ভই ন হল, কিন্তু তেঁও তাক এই কথা কলে " মোৰ পাচলৈ গুচি জা চইতান।"

মানুহবিলাকৰ মনে ৰজাৰ দৰে ডাঙ্গৰ হবলৈ ইচা কৰে, তাতে চইতানে চল পাই নানা ৰূপে লোভ দেখাই, আটাইৰে মনক আপোনাৰ বস হবলৈ টানে। জেতিয়া দুভিয়া চিত্তেৰে চইতানৰ কৰম তাৰ ইচা পুৰ কৰে, তেতিয়া সি সিবিলাকক সকলো বিধ দুষ্ট কৰম কৰিবলৈ নিজোজন কৰি নিচয়ে আপোনাৰ বস কৰে।

চইতানে মানুহবিলাকক নিতে নিতে পৰিখা কৰিছে, তাক জই কৰা অতি কঠিন কৰম হই, তাক আমি নিচইকৈ জানিছোঁ, কিয়নো তাৰ

অস্ত্ৰ বৰ চোকা; সেই চইতানে অগ্নিসা ৰূপে আহি আমাক তাৰ বস কৰিচে; কিন্তু আমি নিৰ্বলি আৰু সক্তি হিন হলেও, আমাৰ সেনাপতি সক্তিমন্ত আৰু পৰাক্ৰমি; তেঁওত জিবিলাকে ভাৰসা কৰে, সিবিলাক কেতিয়াও নিৰসা ন হই। জিবিলাকে নিৰসা ন হল, সিবিলাকে চইতানৰ পৰিধা জই কৰি এতিয়া স্বৰ্গত অনন্ত সুখ ভোগ কৰিচে। জেনেকৈ লিখা আচে। "জিবিলাকে ইশ্বৰত প্ৰেম কৰে, সিবিলাকৰ নিমিত্তে জি জি জুগুত কৰিচে, তাক চকুৰে দেখা নাই, কানেৰে সুনাও নাই, আৰু মানুহবিলাকৰ মনত নো সোমাল।"

সেই সেনাপতি আগেএ জেনেকৈ আপোনাৰ সেনাবোৰৰ সহাই হৈ, সকলো সত্ৰুৰ হাতৰ পৰা জই কৰি সাজ্যৰ অধিকাৰ পাতিলে, সেই ৰূপে তেঁওত ভাৰসা কৰাবিলাকৰ সহাই হবলৈ এতিয়াও জুগুত হৈ আচে। এই নিমিত্তে আহ আমি আন কোনো পথে ন গৈ জি ঠেক পথ সেই পোনে জাঁও, আৰু আমাৰ ত্ৰান কৰ্ত্তাৰ খোজে দি চলোঁইক; তাতে পৰিধা কৰা জনে জদি আমাক পথত লগ পাই, তেনে হলে আমি আমাৰ অস্ত্ৰ দেখাই দিম, অৰ্থাত ধৰমৰ কথা দেখুআম। আৰু আমাৰ সক্তিমন্ত সেনাপতিৰ আগত সক্তিৰ নিমিত্তে নিবেদন কৰিম। জেতিয়া আমি চেতন হৈ নে থাকোঁ, আৰু আমাৰ সৰিল নিৰ্বলি হই, আৰু আমাৰ সমস্ত সেনাপতি আৰু জুধৰ অস্ত্ৰ সস্ত্ৰ নে থাকে তেতিয়া এই কথা পৰিধা কৰা জনে দেখি সি আমাক পৰিধা কৰিবলৈ আমাৰ ওচৰলৈ আহিব। এই ৰূপে জিমান দিন আমি এই সংসাৰত বসতি কৰোঁ, সিমান দিন পৰিধা কৰা জনে আমাক পৰিধাত পেলাবলৈ উপাই কৰিব। এই নিমিত্তে আমাক এই তেজ মঙহ থকাবিলাকৰ মাজত কোনে নিস্তাৰ কৰিব পাৰে আৰু আমাৰ সত্ৰুৰ লগত কোনে জুধ কৰিব? "একোলৈ চিন্তা ন কৰি কিন্তু সকলোতে গুন কিৰ্ত্তন কৰি, নিবেদন আৰু প্ৰাৰ্থনাৰ দোআৰাই তোমোলাকৰ নিবেদন ইশ্বৰৰ আগত জনাবা। তাতে সকলো গিয়ানৰ অগম্য ইশ্বৰে দিয়া জি সান্তনা সেই সান্তনাই য়িচু খ্ৰিষ্টত তোমোলাকৰ চিত আৰু মন ৰখা কৰিব।"

"হে ভাইবিলাক, সেসত কৈচোঁ, প্ৰভুতে আৰু তেঁওৰ মহিমা সক্তিৰে বলৱন্ত হোআ। চইতানৰ ফান্দ নিবাৰন কৰিবলৈ সমৰ্থ হবৰ নিমিত্তে ইশ্বৰৰ সকলো সাজ পিন্ধা; কিয়নো আমি তেজ মঙহ থকা মানুহে সৈতে জুধ ন কৰোঁ, কিন্তু প্ৰধান আৰু বলৱন্ত ভুত আৰু জগতৰ এন্ধাৰৰ অধিকাৰ, আৰু আকাসত থকা পাপ আত্মা, এই সকলোএ সৈতে আমি জুধ কৰিচোঁ। এই হেতুকে তোমোলাকে দুখৰ কালত সিইতক নিবাৰন কৰিবলৈ আৰু সকলোকে সিধি কৰি থিৰে থাকিবলৈ সমৰ্থ জেন হোআ, এই নিমিত্তে ইশ্বৰৰ সকলো সাজ লবা। সত্যৰে কঁকাল বান্ধি, ধৰমৰ বুকুৱনি পিন্ধি, সান্তনা কৰা সুভ বাৰ্ত্তাৰ উপজুক্ত পইজাৰ ভৰিত দি থিৰ হৈ থাকা। বিসেসকৈ জিহেৰে তোমোলাকে পাপ আত্মাৰ সকলো অগ্নি সৰ নুমাব পাৰিবা, এনে বিশ্বাসৰ ঢাক ধৰা। আৰু পৰিত্ৰানৰ কিৰিটি, আৰু আত্মাৰ তৰোআল, অৰ্থাত ইশ্বৰৰ বাক্য লোআ।"

অ. চ. ক.

## কুভাবনা।

Bad Thoughts.

কুভাবনা বাঘ ভালুকতকৈও অতি বৰ সত্ৰু, কাৰন আমি হিংসক জন্তুবিলাকৰ পৰা আঁতৰি থাকিব পাৰোঁ, কিন্তু কুচিন্তা সকলো ঠাইতে, আৰু সকলো পোনে আমাৰ মনৰ ভিতৰত সোমাবলৈ উপাই কৰি থাকে। জদি এটা বাটি পানিৰে মুখলৈকে পুৰ হৈ থাকে, তাত আৰু বাকিলে ন ধৰে কিন্তু বাগৰি পৰি জাই, সেই দৰে তোমাৰ মন উত্তম চিন্তাৰে পুৰ কৰি থোআ; তেহে কুচিন্তা সোমাবলৈ ঠাই নে পাই পৰি জাব। জ. চ.



## ভেঁটি দিয়াৰ অসুভ ফল ।

**Fatal Effects of a Bribe.**

তুৰুক দেসৰ এক দুখিয়া মানুহৰ ঘৰ বাৰি তাৰ চহকি চুবুৰিয়া এটাই কাৰ্হি ললে । তাতে মাটি বাৰি আপোনাৰ হই বুলি প্ৰমান বুজাবৰ কাৰনে সেই দুখিয়া মানুহৰ হাতত পটা আদি সকলো আছিল, কিন্তু তাৰ সত্ৰুএ সেই পটা আদি মিচা বোলাবৰ নিমিত্তে অনেক মিচা সাখিক ধন দি আনিলে, আৰু গোচৰত জই হবৰ কাৰনে কাজিকো পাঁচ স টকা ভেঁটি দিলে ।

পাচে জেতিয়া সোধ আসনৰ আগলৈ গোচৰ আহিল, তেতিয়া দুখিয়া মানুহটে তাৰ সকলো কথা সোধাৰুৰ আগত কৈ বুজালে, আৰু পটা আদি সকলোকে দেখাই দিলে, কিন্তু তাৰ প্ৰমান বুজাবৰ নিমিত্তে কোনো সাখি দিব নোআৰিলে । তাৰ সত্ৰুৰ ফালে অনেক মিচা সাখি থকাত সি আপোনাৰ গোচৰৰ ভাৰ সিইতৰ গাত পেলাই দিলে, আৰু দুখিয়াটে তাৰ ঘৰ বাৰি হই বুলি স্বৰুপ প্ৰমান দিব নোআৰিলে, ইয়াকে কৈ কাজিক ডিক্ৰি কৰাবলৈ মিনতি কৰিলে ।

ইয়াতে কাজিএ জি পাঁচ স টকা ভেঁটি পাইছিল, তাকে আসনৰ তলৰ পৰা উলিয়াই অতিসই কোপেৰে অনিয়াই কৰা চহকি মানুহটৰ মুখলৈ চাই কলে, বোলে, দুখিয়াই আপোনাৰ গোচৰৰ স্বৰুপ প্ৰমান দিবলৈ তাৰ সাখি ন হলেও তথাপি তোৰ গোচৰ জে স্বৰুপ ন হই, তাৰে মই এই পাঁচ স সাখি দিছোঁ; ইয়াকে কৈ কাজিএ দুখিয়া মানুহৰ ফালে গোচৰ ডিক্ৰি কৰিলে ।

## সাগৰৰ ওপৰত জাহাজ ভগাৰ বিবৰন ।

**A General Account of Ship-wrecks.**

বচৰি বচৰি অনেক হেজাৰ জাহাজ সাগৰৰ ওপৰত নষ্ট হই, আৰু বহু লোকৰ প্ৰানো হেৰাইচে । কেতিয়াবা বজ্ৰুপাতৰ দোআৰাই জাহাজত জুই লাগে, আন সময়ত জাহাজৰ বাস্তনি সালৰ পৰাই জুই লাগি জাহাজ পোৰে, জাহাজৰ জৰি আৰু পালবোৰত জুই লাগি বেগতে পুৰি জাই, সেই কাৰনে জুই নুমাবলৈ বৰ টান । জেতিয়া জাহাজত জুই লাগে, তেতিয়া তাত থকা মানুহবোৰে আপোন আপোন প্ৰান ৰখা কৰিবৰ কাৰনে জাহাজৰ চকি মেজ, কাঠৰ পাট জেযে ছিঙ্গৰে পাই তাকে পানিলৈ দলিয়াই পেলাই দিএ, তাৰ পাচে আপুনিও সাগৰৰ মাজলৈ জাপ মাৰি উটি থকা কাঠ মেজ আদিত ধৰে । আটাই জাহাজত গাই পতি তিনি চাৰি খন সৰু নাও থাকে, পাচে জেতিয়া জাহাজত জুই লাগে তেতিয়া তাৰ মানুহবোৰে সেই সৰু নাওবোৰ জদি জুই লগাৰ আগেয়ে সাগৰত পেলাব পাৰে, তাতে উঠি জাই, কিন্তু কেতিয়াবা মানুহবোৰে জাহাজৰ পৰা নাও উলিয়াব নোআৰে, সেই নিমিত্তে জুইত পুৰি মৰে । জাহাজত জুই লগাৰ নকচা ইয়াত দিয়া হৈচে । তাৰ মানুহবোৰে জাহাজ এৰি সৰু নাৱত উঠি আচে, আৰু সিহঁতৰ আগতে আন জাহাজো আচে, এতিয়া সিহঁতক সেই জাহাজৰ ওপৰলৈ তুলি লব । কিন্তু জদি তাৰ ওচৰত কোনো নাও নে থাকে, তেন্তে সিহঁত সৰহ দিনলৈকে সাগৰৰ ওপৰত থাকিব লাগে; আৰু জদি সিবিলাকে খাবলৈ একো বস্তু নে থাকে, তেতিয়া কেনে ৰুপে জিব পাৰে?



সাগৰৰ ওপৰত অতি ভয়ঙ্কৰ ৰূপে ধুমুহা মাৰে, তাতে বহু জাহাজ এই ৰূপে নষ্ট হই। ৰৰ ঢৌ লাগি জাহাজ দুভোখৰকৈ ভাগি জোআৰ নকচা এই।



কেতিয়াবা ৰাতি আৰু কুঁঅলিৰ নিমিত্তে নে দেখা হোআত জাহাজ পাৰৰ ওচৰলৈ জাই, তাতে শিলত বা বালিচটত লাগি জাহাজ ভাগে। শিলনি ওচৰলৈ ৰাতি জাহাজ জোআৰ নকচা তলত দিয়া হৈচে এতিয়া সিও নষ্ট হব।



প্ৰান ৰখ্যা কৰা নামে, কাপৰত বৰ গচৰ এঁচা লগাই সজা চালৰ মোটৰ নিচিনা মোট, বহু মানুহে জাহাজত বা নাৱত ফুৰোঁতে লই। পাচে জেতিয়া মানুহ পানিত পৰে, তেতিয়া তাক গাত মেৰাই বান্ধে, তাতে সি মানুহটক পানিৰ ওপৰত ওপঙ্গাই থই, কিয়নো তাৰ ভিতৰত আগেয়ে বতাহ সুমাই, সেই বতাহৰ গুনেৰে মানুহক পানিত ওপঙ্গাই ৰাখে। জিবিলাকৰ এনে বস্তু লগত থাকে, সি পানিত তল নে জাই। জিটৈ প্ৰান ৰখ্যা কৰা মোট লৈচে, এনে মানুহৰ নক্চা ইয়াত দেখা, একেটা মোটেই তিনটা মানুহক ৰাখিচে; সিইতে ওচৰত জাহাজ দেখি তুলি নিবৰ নিমিত্তে জাহাজৰ মানুহক আপোনাকে দেখাবলৈ জতন কৰিচে



বহু জাহাজ নগৰৰ পৰা মেলি গৈ পাচে কেতিয়াও তাক দেখা নে পাই, আৰু তাৰ বাত্ৰাকো নু সুনে। সেইবোৰ নিচয়ে কতোবাত নষ্ট হই, আৰু তাৰ সকলো মানুহৰ প্ৰানো হেৰাই। জিবিলাক মানুহৰ জাহাজ নষ্ট হোআত মহা সমুদ্ৰৰ ওপৰত সৰু নাৱত উঠি আচে, সিইতৰ মুৰ ঢাকিবলৈ একো টৈ নাই। সাগৰৰ পানি লোনা হোআত সিইতে তাক পিব নোআৰে, সেই মানুহৰ লগত অলপ ভাল পানি আৰু গোটা চাৰেক পিঠা মাথোন আচে।



জিবিলাক মানুহ সৰহ দিন একো নো খোআকৈ পানিত থাকিল এনে মানুহৰ কথা আমি পাইচো। তাতে সিবিলাকৰ মাজৰ এটাক মাৰি খাবৰ হেতুকে গুটি বুজুআ বুজি কৰে, জিটৰ গাত গুটি পৰে, তাকে মাৰি অৱশেষ থকাবোৰে খালে।



## অনেক দেসৰ সম্বাদ ।

**Journal of Events.**

আমি অক্তোবৰ মাহত জি জনৰ বিবৰন অৰুনোদইত দিচিলোঁ, সেই ডিউক অফ ওএলিংতন চাহাবক, তেঁওৰ দেসি লোকে অতি মঙ্গতা কৰিচে ।

ডিউক অফ ওএলিংতন চাহাবৰ নামেৰে নাম দি এটা ইস্কুল সাজিবলৈ আৰম্ভন কৰিচে: সেই ইস্কুলতে মিৃত্যু হোআ অধিকাৰবিলাকৰ লৰাবোৰে বিনামূল্যে বিদ্যা সিকিবলৈ আব পাৰিব ।

ইস্কুল সাজিবলৈ ২০,০০,০০০ টকা তুলিব লাগে ।

| | |
|---|---|
| মহা ৰানিএ দিচে . . . . . | ২৫০০০ |
| প্রিঞ্চ আলবর্ট মহা কোঁঅৰে দিচে . | ১২৫০০ |
| কলিকতাৰ লর্ড চাহাবে দিচে . . | ২৫০০ |
| কৌঞ্চলৰ ভাগি লোকে দিচে . . | ১৫০০ |

জিবিলাকে এই ইস্কুলৰ নিমিত্তে কিবা দিবৰ ইচা কৰে, সিবিলাকে কলিকতাৰ গবর্নমেণ্টৰ চেক্রেটৰিলৈ পঠালে পোআ জাব ।

বৰ ফুকনৰ তিৰোতাই জি মচলমানৰ ভাত খালে, সেই কথাৰ প্রথম ভাগ গত জানোআৰি মাহৰ অৰুনোদইত চপা হৈচে; তাৰ পাচত জি ঘটিল তাক এতিয়া লিখা হব ।

গুআহাটিৰ পৰা স্রি প্রবাল চন্দ্র দাসে লিখিচে, প্রথমে কৌজদাৰিৰ গোচৰত সেই তিৰি চোৰ মচলমানক অপৰাধি হেন জানি, শ্রিযুত হড্চন চাহাবে ২০০ দুস টকা জৰিমনা কৰিলে; পাচে সি টকা দিব নোআৰাৰ কাৰনে ৬ চই মাহ কাটক দিচে, আৰু মিচিলৰ সেসত গুচৰিয়াক কলে, দেআনিত গোচৰ কৰিলে দাবিৰ টকা পাব পাৰিবা ।

জিলা কামৰুপৰ অন্তর্গত পৰগনে ধর্মপুৰৰ ৰানেকুচি নামে এখান গাঁৱত, পুহ মাহত দুটা মানুহ খৰি তুলিবৰ নিমিত্তে হাবিলৈ জাওতে দুয়োকো বাঘে ধৰি খালে; পাচে সেই গাঁৱত থকা, বাল্য, ব্রিধ, যুবা, সকলো লোকে বিয়াকুল হৈ গৈ মানুহ দুটাৰ মাজৰ এটা মৰি পৰি থকা দেখিলে, সিটোৰ সকে দেখা নে পাই সিইতৰ তিৰোতা, লৰা. চোআলি. ভাই বন্ধু আদি কৰি সকলোএ কান্দি কাটি, হাহাকাৰ কৰি থাকিল ।

এই নগৰ নিবাসি, ভাইনি নামে এটা মানুহে আন দুটা মানুহে সৈতে লগ হৈ এক কেঁৱাৰ নাৱেৰে চালন লৈ ক্রমে ক্রমে উজাই বিশ্বনাথৰ ওপৰ তোৰ খোআ নামে চাপৰিৰ সমিপ পাওতেই ৰাতি হল দেখি, তাতে নাও ৰাখি অতি স্রমেৰে জোআৰ কাৰনে নিচিন্ত হৈ তিনিও জনৰ ঘুমটি আহিল; সেই সময়ত নদিৰ দাতিৰ ওচৰত থকা কেতবোৰ মটকে গোট খাই দা, জাঠি, চুৰি কটাৰি আদি লৈ সেই নাৱৰ টাকনি কাটি বস্তু জাত তুলি অর্ধা অর্ধি হোআত গুৰিয়ালে সাৰ পাই চৈ দাজি মুৰ তুলি চাওতেই মটকইতে সহাৰি পাই মানুহটক দাৱে কোব মাৰি কাটিলে; কিন্তু সি পুনর্বাৰ মাতিব নোআৰি ধৰ ফৰ কৰোঁতে সি দু জনে সাৰ পাই চকু মেলি চাই বহু লোক দেখি পানিত পৰিল. পাচে সিইতে সকলো বস্তু লুট কৰি নিলে; জেতিয়া ৰাতি পুআ হল, তেতিয়া জিলালৈ গৈ এঁতলা দিলত দাৰোগা, বৰুচি জমাদাৰ, বৰকান্দাজ আদি কৰি সকলো তইনাত হৈ বিচাৰ কৰিচে; এতিয়া গুআহাটিৰ পৰা উক্ত কেঁৱাও গৈচে ।

গুআহাটি নগৰত ফাগুন মাহৰ ১৭ তাৰিখৰ পৰা নিতৌ নিতৌ জুই লাগিচে;

১৭ তাৰিখৰ ৰাতি পুঁঅতি নিসা বৰ কাটকৰ বৰকন্দাজইতৰ চুবুৰিত জুয়ে ১১ । ১২ টা মান ঘৰ পুৰিলে ।

১৮ তাৰিখ বেলা ৪ বজাৰ সময়ত কম্পানি বাগিচাৰ কুলিইতৰ আন্দাজ ৩০ । ৩৫ টা মান ঘৰ পুৰিলে ।

১৯ তাৰিখত বেলা ৪॥ বজাৰ কালত লাখটকিয়া গাঁৱৰ ৭।৮ টা মান ঘৰ অনেক বস্তুৰে সৈতে পোৰা গল ।

২০ তাৰিখৰ ৰাতি ৯ বজাৰ সময়ত শ্রী বলোৰাম ফুকনৰ ঘৰত জুই লাগি ধান

চাউল, মিঠই, আদি অনেক অনেক উত্তম বস্তু হানি হল; আৰু পোআল, সোন, হিৰা, মুকুতা, ৰুপকে আদি কৰি অনেক অলঙ্কাৰ থকা পেৰা এটি চুৰ কৰি নিচে, তাক বিচাৰি পোআ নাই, সৰ্ব্ব মুঠে ১০,০০০ এক অজুত টকাৰ বস্তু নষ্ট পালে ।

২১ তাৰিখ বেলা আন্দাজ ৩।। বজাৰ সময়ত উগ্ৰতাৰা দেৱালৰ ওচৰত থকা আমোলা পটিৰ অনেক ঘৰ পুৰিলে ।

২২ তাৰিখত বেলি আন্দাজ ২ বজাৰ সময়ত শ্ৰীযুত হেৰিয়ত চাহাবৰ কুলিইতৰ ৪৪। ৪৫ টা মান বহা পুৰি গল । এতিয়া গুআহাটিৰ প্ৰাই সকলো লোকে অতি বিস্মই হৈ আপোন আপোন ঘৰ বাৰি, বস্তু বেহানি, জতন কৰি থৈ গাঁৱত ততেৰেহে আছে ।

বৰ্ত্তমান মাহৰ ৫।৬ তাৰিখত আন্দাজ ১০।১১ বজাৰ সময়ৰ পৰা সন্ধিয়ালৈকে সুদা বতাহ অতিসই টান হোআৰ কাৰনে উত্তৰ পাৰৰ আমোলাইত পাৰ হব নোআৰি প্ৰাই ৮।৯ বজালৈকে ৰাতি বালিত থাকি চৌও খ্যান্ত হলতহে পাৰ হৈ গৈচে, পুহ মাহৰ কুঁঅলি জি ৰুপ, সেই দৰে বালি আৰু ধুলাৰে অন্ধকাৰ হৈছিল; সেই বতাহ কেঁচুআ লৰা চোআলিৰ পেটত সোমাই পেট বৈ বঁতিয়াই প্ৰায়ে ৮।৯।১০।১৫। দিনলৈকে অতি পিৰা হৈ প্ৰাই ২ ভাগ মৰিচে ১ ভাগহে জিচে ।

বৰ্ত্তমান বচৰৰ, আঘোন, পুহ, মাঘ, এই তিন মাহত উত্তৰ পাৰৰ ধৰ্ম্মপুৰ, খাতা, এই দুই পৰগনাত ৬।৭ মানুহ বাঘে খালে ।

খাতা পৰগনাৰ এটা মানুহ ৰাতি ধান চুৰ কৰি কিচু কাটোতেই বাঘে পাই খালে, পাচে ৰাতি পুআ ধান কাটিবলৈ জোআ মানুহে তাৰ কাপৰ, কাচি, হেলোঙ্গা বাৰি চিনি পাই অসন্তোস কৰি থাকিল ।

দৰঙ্গত বৰ্নৰিয়া হিংসক জন্তু সৰহ হোআৰ কাৰন গৱৰ্নমেণ্টে সেইবোৰক মৰাৰৰ নিমিত্তে মানুহবিলাকৰ হাতত হিলৈ দিচে ।

কলিকতাৰ বাবু আৰু গিয়ানি লোকবিলাকে বিধৱা মাইকি পুনৰ বিবাহ হব জেন পাৰে, এই বিসয়ে আলচ কৰিচে । বিধৱা মাইকিৰ স্বামি মৰাৰ পাচে আকও জে বিবাহ হব নোআৰে এয়ে উত্তম কাৰন ন হই । এই দস্তুৰ ভঙ্গাৰ কথা সুনিলে আমি আনন্দ পাম । খ্ৰিষ্টিয়ান সাস্ত্ৰে কৈচে, জেতিয়া মাইকিৰ স্বামি মৰে, তেতিয়া তাই আনে সৈতে বিবাহ হব পাৰে; কিয়নো মিত্যু হোআ স্বামিএ সৈতে তাই আৰু বন্ধন ন হই, কিন্তু আনে সৈতে বিয়া সোমাব পাৰে, আৰু জনৈকে ইচা তালৈকে জাব পাৰে ।

ওপৰত দিয়া কথা লিখাৰ পাচত আমি সুনিচোঁ, বোলে, বাবু লোকে কলিকতাত সভা পাতিলে, আৰু বিবেচনা কৰা কথা থিৰ হবৰ কাৰনে বানাৰচত থকা মহা পণ্ডিতবিলাকৰ তলৈ সেই বিসয়ৰ ভাৰ পঠাই দিলে ।

নতাসিল নিবাসি তনুৰাম নামে এগৰাকিৰ ঘৰ পেৰাৰ ভিতৰৰ পৰা তলা নে মেলাকৈ ৩১২৫ টকাৰ অলঙ্কাৰ চোৰে নিলে অকল মেলা সৰু পেৰাটি পালে ।



এই অৰুনোদই গিয়ান ভণ্ডাৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাতে চ:পা কৰা হৈচে । আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মূৰত দিলে ১।। টকা ।

THE ORUNODOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৮ বচৰ। মোং শিৱসাগৰ, এপ্ৰিল, ১৮৫৩। নম্বৰ ৪।

VOL. VIII. SIBSAGOR APRIL, 1853. NO. 4.


## গোট গোট হোআ আখৰেৰে প্ৰথমে চপা পাত।

Gottenburg [illegible] First Proof from Movable Types

চাপাখানাৰ বিদ্যা প্ৰকাস নো হোআ কালত মানুহৰ মনৰ ভাবনা ডেউকা নাই কিয়া চৰাইৰ দৰে আচিল, জগতৰ সকলো ফালে দি উঠি উৰিব খুজিচিল, কিন্তু পখা হিন। পণ্ডিতবিলাকে কাপেৰে লিখাতে বেগাই চলিব নোআৰিলে; সিবিলাকে দিনে দিনে বচৰে বচৰে বহি লিখি থকাত বহু স্ৰমেৰে অনেক দিনৰ মূৰতহে পুথিবোৰৰ নকল কৰিলে। সেই কালত পুথিবোৰ বহু মুলিয়া আচিল; কেৱল ধনিবিলাকেহে কিনিব পাৰিচিল; দুখিয়া মানুহে হলে ৩০ বচৰ মান কৰম কৰি তাৰ সকলো ধন সাঁচি থৈ এখান মদম সাস্ত্ৰ কিনিব পাৰিচিল। আৰু এটা মানুহে এখন নতুন নিয়ম সাস্ত্ৰ পুথি পাই, বহু মুলিয়া হেন জানি তাক সোনৰ পেৰাতহে সুমাই ৰাখিচিলে।

পাচে ইস্বৰৰ অনুগ্ৰহত গিয়ান বাৰ্হিবলৈ ধৰিলত ১৪৩৫ সকত, অৰ্থাত ৪১৮ বচৰৰ



আগেয়ে জৰ্মানি দেসৰ চাউৰেনটিএচ নামেৰে এজন বুধিমন্ত গিয়ানি চাহাবে গচৰ চালত আখৰ কাটি জোঁটাই জোঁটাই কথাবিলাক বানান কৰিলে । পাচে মহি লগাই তুলাপাতত চাপিলে । এই ৰুপে জগতৰ মাজত জি আটাইতকৈ উপকাৰি প্ৰধান বিদ্যা, সেয়ে প্ৰথমে গচৰ চালৰ আখৰৰ পৰাই প্ৰকাস হৈ ওলাল ।

তাৰ পাচে গটেনবৰ্গ আৰু ফষ্ট চাহাবে কাঠৰ আৰু সিহৰ আখৰ কৰিলে, তেতিয়াৰে পৰা নন পুথি অতি সিঘ্ৰে সিঘ্ৰে কৰিব পৰা হোআত তাক অলপ ধনতে পোআও হল । আৰু সকলো পুথিৰ মাজত ধৰম সাস্ত্ৰ আটাইতকৈ আগেয়ে চপা হলত, ধনৱন্ত দৰিদ্ৰ সকলো লোকে সেই সাস্ত্ৰ পুথি পাই অতি আনন্দিত হবলৈ ধৰিলে ।

ফ্ৰাঞ্চ দেসৰ ষ্ট্ৰাচবৰ্গ নগৰত এটা পিতলৰ স্তম্ভ আচে, তাতে মুকিয়া আখৰেৰে চাপাৰ বিদ্যা প্ৰকাস কৰা গটেনবৰ্গ চাহাবৰ মুৰ্ত্তি লিখি থৈচে; তেঁওৰ এটা হাতত চাপা কৰা সালৰ জন্ত্ৰ; আন হাতত সাস্ত্ৰ পুথি; সেই পুথিতে "তেতিয়া পহৰ প্ৰকাস হল," এনে কথা লিখা আচে ।

কিন্তু আমাৰ এই কালত চাপা কৰমৰ বিদ্যা অতি উত্তম আৰু আচৰিত হৈচে, কিয়নো আমেৰিকা দেসৰ নুয়ৰ্ক নগৰত একে মিনিটত ৩০০, আৰু ঘণ্টাৰ মাজত ২০,০০০ সম্বাদ পত্ৰ চাপিব পৰা হৌ চাহাবৰ এনে এটা জন্ত্ৰ আচে ।

চাপাখানা বিদ্যা ওলোআৰ আগেএ ইউৰপৰ মানুহবিলাক অগিয়ান এন্ধাৰত মজি আচিল; কেৱল অলপ মান লোকেহে লিখা পৰ্হা জানিচিল, প্ৰায়ে গিয়ান লোপ হৈ আচিল । কিন্তু চাপা কৰম প্ৰকাস হোআৰ পাচে নানা ৰুপ বিদ্যাৰ বিসয়ে পুথিবোৰ হবলৈ ধৰিলত, জেনেকৈ আগেএ অগিয়ান এন্ধাৰত মজি আচিল, সেই ৰুপে এতিয়া বিদ্যাৰ প্ৰকাস হোআত গোটেই জগত পহৰ হৈ পৰিল ।

চাপা কৰমৰ দোআৰাই সকলো প্ৰকাৰ কথা সঁচা নে মিচা তাক বেগতে জনা হই, কিয়নো কোনো বিদ্যাৰ নিমিত্তে পুথি জুগুত হৈ চপা হলে, সেই পুথি সকলো ঠাইতে প্ৰকাস হলে, সি সঁচা নে মিচা তাক অনেকে বিচাৰ কৰিব পাৰে; আৰু আপোনাৰ আপোনাৰ অভিপ্ৰাইৰ দৰে তাৰ বিচাৰো কৰে; এই ৰুপে বিদ্যা জে স্বৰুপ সেয়ে প্ৰকাস হই । জদি চপাৰ কৰম প্ৰকাস ন হলহেঁতেন, তেতিয়া মানুহবিলাকৰ অভিপ্ৰাই জানিবলৈ বৰ টান হলহেঁতেন ।

চপাৰ দোআৰাই ভাল কৰমৰ পুথিবোৰ নষ্ট ন হৈ সদাই থাকে । গ্ৰিক আৰু ৰুমিয়াবিলাকৰ পুথিবোৰ কেৱল হাতেৰে লিখা আচিল; আৰু নানা দেসৰ উপদ্ৰুও, জুধ, বিগ্ৰহতে সেই পুথিৰ অনেক লোপ হল; কিন্তু চপাৰ কৰম আৰম্ভ হলত জি পুথি কোনো ৰুপে নষ্ট নো হোআকৈ থাকিল, সেই পুথি সদাই থাকিব । কিয়নো সেই পুথি ইমান সংখ্যা চপা হৈচে, আৰু ইউৰপৰ নানা দেসত বিয়াপি গৈচে, সেই কাৰন সকলো আৰ্হি কোনো ৰুপে লোপ হব নোআৰে । আৰু চপা বিদ্যা হবৰ পৰা কোনো কৰমৰ পুথি লোপ হোআ নাই । পুৰ্ব্বে চপা কৰম নো হোআতে নানা দেসৰ লোকবিলাকৰ পুৰ্ব্ব কালৰ বংসাৱলি তেনেই লোপ হল; আৰু পুৰ্ব্ব কালত লিখা ইতিহাস এনেকৈ নষ্ট হল, জে সিইতৰ উপৰি পুৰুসবিলাক কি নামেৰে প্ৰখ্যাত আচিল, তাক সিইতৰ সন্তানবোৰেই নে জানে; আৰু আগৰ কালৰ অনেক পুথি হিন্দু অধ্যাপকবিলাকৰো নষ্ট হল, সেইবিলাকৰ নামহে সুনা হই; এতিয়া অৱসেস জি জি পুথি আচে, সেই আটাইবোৰ জদি চপা হই, তেন্তে সি সদাই থাকিব; জি ৰুপ বাল্মিকি মুনিৰ নাম চিৰজিবি হৈ আচে ।



## সাধু চোৰ ব্ৰিতি কৰাৰ কথা।

A virtuous Thief.

লখ্নৌৰ কালে আয়াগঞ্জ নামে নগাৰে দি ৰাতি এজন ধনৱন্ত মানুহ অকলৈ গৈছিলে; এনেতে এটা চোৰ আহি তেঁওক বুলিলে, তোমাৰ গাৰ চাল কাপৰ মোৰ এই চাইতে সোলোকাই থোআ। তাতে সেই ধনৱন্ত লোকে আপোনাৰ গাৰ চাল কাপৰ বহু মুলিয়া হোআতো ভই লাগি তাক সোলোকাই থৈ জাবলৈ ধৰিলে; পাচে চোৰে আৰুও বুলিলে, তুমি জে জোআ, তোমাৰ হাতত ৰুপ পইচা কিমান আচে? এই কথা সুনি ধনৱন্তে থমকি ৰৈ কলে, মোৰ লগত সৰহ ধন নাই, অকল এটকা ৰুপ চই অনা পইচা মাত্ৰ আচে। চোৰে বুলিলে, তেন্তে তাকো তাতে থোআ। ধনৱন্তে সেই দৰেই আপোনাৰ হাতৰ ৰুপ পইচা তাতে থলত পাচে চোৰে বুলিলে, মোৰ ৰুপ পইচাৰহে প্ৰয়োজন; মই তাক লওঁ, কিন্তু আপোনাৰ চাল কাপৰ আপুনি গাত লৈ জাওকগৈ; মই ডকাইত ন হঁও, আমাৰ গাৰৰ দুৰ্জনবোৰে মোৰ এনে অৱস্থা কৰিলে, সেই কাৰনে পৰিয়ালে সৈতে তিন দিন অনাহাৰে থাকি বৰ দুখ পাইচোঁ, এই কাৰনে দুখত পৰি চোৰ ব্ৰিতি কৰিবলৈ আহিচোঁ। ধনৱন্তে চোৰৰ এই ৰুপ বেৱহাৰ আৰু দুখ দেখি তাক বুলিলে, তুমি জদি মোৰ লগত মোৰ ঘৰলৈ জাব পৰা হলে, মই তোমাক আৰু অলপ সৰহকৈ দিব পাৰিলোহেঁতেন। চোৰে সেই কথাতে বিশ্বাস কৰি ধনৱন্তৰ লগত ঘৰলৈ গলত তেঁও তাক পাঁচ টকা ৰুপ দিলে, আৰু কলে, জদি তুমি মাহে তিন টকাকৈ দৰমহাত মোৰ লগত চাকৰ থাকা, তেন্তে মই আগলৈকে প্ৰতিপাল কৰিব পাৰোঁ; তেতিয়া চোৰে বুলিলে, মহাচই, মাহে তিন টকা দৰমহাৰে মই কাল খটিব নোআৰোঁ; এই কাৰন আপুনি জে অনুগ্ৰহ কৰি এই আপদৰ সময়ত মোক পাঁচ টকা ৰুপ দি উপকাৰ কৰিলে, তাতে মই পৰম সন্তোস হলোঁ, আৰু আপোনাৰ এই উপকাৰো মই সুজিম; ইয়াকে কৈ সেই মানুহে সাধু বেৱহাৰে আপোনাৰ ঘৰলৈ গুচি গল।

## শ্ৰীজুত পাদুৰি দাইবলি চাহাব ম্ৰিত্যু হোআ।

Death of the Rev. G. C. Dauble.

নগাঁৱৰ পৰা অতি অসন্তোসৰ এই বাত্ৰা পালোঁ; শ্ৰীজুত পাদুৰি দাইবলি চাহাবৰ সোম বাৰে ২১ তাৰিখত মাউৰ লাগি, চাৰি ঘণ্টা বজাৰ পৰা গিয়ান হেৰাই, বহু পিৰা পাই, বুধ বাৰৰ ৰাতি পুআ চই বজাত প্ৰান চাৰি পৰলোক প্ৰাপ্ত হল। সেই প্ৰিয় আৰু মান্যৱন্ত চাহাব জৰ্মানি দেসৰ পৰা আহি আমাৰ এই অচম দেসৰ ভাসা সিকি, কি ৰুপে লোকৰ উপকাৰ হব পাৰে, তাকে সদাই চিন্তি আচিল। বিসেসকৈ সত্য পৰম ইশ্বৰক জনাব গিয়ান, আৰু অনন্ত পৰম আনন্দ পাবৰ উপাই, তাকে লোকক জনাবলৈ পৰিস্ৰম কৰি আচিল। আৰু এই দেসৰ লৰাবিলাকো আগলৈ জেন আন আন দেসৰ লোকবিলাকৰ দৰে গিয়ানি আৰু বুধিমন্ত হব পাৰে, এই নিমিত্তে তেঁও ঠায়ে ঠায়ে উত্তম ইস্কুল পাতিবলৈ মন কৰিচিল। মৰনৰ সময়ত তেঁওৰ মনৰ কথা, আৰু আন আন কথা কবলৈকো সক্তি নে থাকিল; তথাপি তেঁও জে ওপৰ পবিত্ৰ থান পালে, আৰু সৰ্বতি কাললৈকে পৰম ইশ্বৰৰ ঐশ্বৰ্জ্যৰে ঐশ্বৰ্জময় হব ইয়াক আমি নিচইকৈ জানি আচোঁ; কিয়নো "জিবিলাকে প্ৰভুৰ আস্ৰইত থাকি মৰে, সেই মৰাবিলাক ধন্য," ইয়াকে সাস্ত্ৰে কই। ম.





## কিমান বাজিচে ?

What O'clock is it ?

ঘৰি চাই কিমান বাজিচে, তাক জানিবলৈ সৰু কালতে মোৰ পিত্ৰিএ এদিন মোক মাতিলে; জি কঁটাই মিনিটবিলাক আৰু ঘণ্টাবিলাক দেখাই, আৰু তাত লিখা সকলো অঙ্কবিলাক দেখাই বুজাই, মই এই সকলোকে জানিলোঁ ।

তাৰ পাচে মোৰ প্ৰিয় পিত্ৰিএ মোত কলে, হে মোৰ প্ৰেমৰ পুত্ৰ, দিনৰ সমই জানিবলৈ তোমাক মই সিকালোঁ; এতিয়া তোমাৰ আয়ুসৰ সমই জানিবলৈ তাকে তোমাক সিকোআৰ মোৰ প্ৰয়োজন ।

এই কথা সুনি মই আচৰিত মানিলোঁ, আৰু মোৰ পিত্ৰিৰ সেই গুপুত কথা ভাঙিবলৈ মই বৰ ইচা কৰিলোঁ ।

পাচে তেঁও মোত কলে, বোলে, মানুহৰ আয়ুসৰ সংখ্যা ৭০ বচৰ, ইয়াকে সাস্ত্ৰে কই । কিন্তু আমাৰ আয়ুস অতি অনিচই, কি জানি তোমাৰ আয়ুসৰ এদিনো আৰু নে থাকে; ঘৰিত জেনেকৈ বাৰে ঘণ্টাৰ ভাগ কৰি লিখা আচে, তেনেকৈ আমাৰ আয়ুসৰ ৭০ বচৰকো বাৰে ভাগ কৰিলে, তেন্তে ভাগে প্ৰতি প্ৰাই সাত বচৰ পৰে, আৰু তোমাৰ নিচিনা সাত বচৰিয়া লৰাৰ আয়ুসৰ এক ঘণ্টা বাজিচে । জেতিয়া তুমি ১৪ বচৰ বয়সিয়া হোআ, তেতিয়া তোমাৰ আয়ুসৰ দুই ঘণ্টা হব; এই ৰূপে ২১ বচৰ বয়সিয়া হলে আয়ুসৰ তিনি ঘণ্টা, ২৮ বচৰ বয়স হলে, আয়ুসৰ চাৰি ঘণ্টা; ৩৫ বচৰ বয়স হলে, আয়ুসৰ পাঁচ ঘণ্টা; ৪২ বচৰ বয়স হলে, আয়ুসৰ চই ঘণ্টা; আৰু ইশ্বৰে তোমাৰ প্ৰান ৰখ্যা কৰিলে, ৪৯ বচৰ বয়সিয়া হলে, আয়ুসৰ সাত ঘণ্টা বাজিব । এই ৰূপে তুমি সদাই তোমাৰ আয়ুসৰ সমই বুজিব পাৰা, আৰু ঘৰিৰ দ্ৰিষ্টিয়েই তোমাৰ আয়ুসৰ কাল তোমাক সোঁঅৰাব ।

---

## ধৰম কথাৰ সম্বাদ ।

Religious Intelligence.

### নানা বিধ ধৰম আচৰন কৰা লোকৰ সংখ্যা ।

| | |
|---|---|
| খ্ৰিষ্টিয়ান ধৰমৰ লোক, | ৩০,০০,০০,০০০ |
| য়িহুদি ধৰমৰ লোক, . . | ৪০,০০,০০০ |
| মচলমান লোক, . . . | ১০,০০,০০,০০০ |
| হিন্দু ধৰমৰ লোক, . . | ১২৪০,০০,০০০ |
| বোধ ধৰমৰ লোক, . . | ৩০,০০,০০,০০০ |
| পাৰচি, চিক আদি লোক, | ১৪,৫০,০০,০০০ |
| সৰ্ব্ব মুঠে প্ৰিথিবিত নিবাস কৰা লোকৰ সংখ্যা, | ৯৭৩০০০০০০ । |

কলিকতা মহা নগৰৰ মাজত ১৮১১ সকৰে পৰা ধৰম সাস্ত্ৰ প্ৰকাস কৰিবৰ নিমিত্তে "কলিকতা অকসিলেৰি বাইবেল চচায়িটি" নামে এক সমাজ পতা হৈচে । তাৰ দোআৰাই ভাৰত বৰিসৰ বিবিধ ভাসাতে ধৰম সাস্ত্ৰ লিখা আৰু চপা হোআত ৬৫০০০ চই অজুত পাঁচ হেজাৰ পুথি বিনামুল্যে বা অলপিয়া মুল্যেৰেই বেচি, দেস বিদেসলৈ বিলোআ হৈচে ।

খ্ৰিষ্টিয়ান ধৰমৰ বিসয়ে নানা প্ৰকাৰ পুথি প্ৰকাস কৰিবৰ নিমিত্তে "কলিকতা খ্ৰিষ্টিয়ান ত্ৰেক্ত এণ্ড বুক চচায়িটি" নামে এক ধৰম সমাজ তেৰ কুৰি মান বচৰৰ আগেয়ে থাপন কৰা হল । তাৰ মাজতে বঙ্গালি, হিন্দি, আৰু উৰ্দ্দূ আদি আন আন ভাসাৰে ৩০০০০০০ ত্ৰিচ লাখ ত্ৰেক্ত, অৰ্থাত সৰু সৰু পুথি এই চচায়িটিৰ দোআৰাই চপা কৰা হৈ দেস বিদিসে বিনামুল্যে বিলোআ হৈচে । ন. ল. ৰ.



## য়োচেফ বন্দিসালৰ পৰা মুকলি হোআ ।

Lesson XV.—Joseph Released from Prison.

মিচৰ দেসৰ মহা ৰজাৰ কথা তোমাত কলোঁ । জি দেসত য়োচেফ আচিল, তেঁৱো সেই দেসৰে ৰজা, তেঁওৰ নাম ফাৰৌ, তেঁওৰ অনেক বঙ্গি আচিল । তেঁও সিংহাসনত বহি থাকি সুন্দৰ বস্ত্ৰ পিন্ধিচিল । তেঁওৰ ডিঙ্গিত সোনাৰ হাৰ, হাতত আঙ্গঠি, আৰু মুৰৰ ওপৰত সোনাৰ কিৰিটি পিন্ধিচিল । তেঁওৰ ঘৰো সুন্দৰ, আৰু অনেক ঘোঁৰাৰে টনা ৰাজ ৰথত উঠি ফুৰিচিলে; আৰু তাঁওতে সকলো মানুহে মাটিত পৰি তেঁওক সেৱা কৰে । এক ৰাতি সেই মহা ৰজাই দুটা আচৰিত সপোন দেখিলে; জি দেখিলে, তাক মই কঁও সুনা ।

সপোনত তেঁও এখন নদিৰ পাৰত থিয় হৈ থাকোঁতে, সাতোটা চিকন আৰু পুৰ হোআ গৰু নদিৰ পৰা ওলাই ঘাঁহ খাবলৈ ধৰা দেখিলে; এয়ে অতি সুন্দৰ দৰ্সন আচিল, কিন্তু তাৰ পাচে আকও সাতোটা অতি এলাগি আৰু খিন হোআ গৰু ওলাই, সেই আগৰ চিকন আৰু পুৰ হোআ সাতোটা গৰুক গিলি পেলালে; তথাপি আগৰ দৰে খিন হৈয়েই থাকিল । তাকে দেখি ৰজাই সাৰ পালে ।

তাৰ পাচে ৰজাৰ টোপনি ধৰিলত আকও সমাজিক দেখিলে; তাতে এজোপা গচত ভাল সাতোটা থোক; আৰু তাৰ পাচে বতাহত সুকুআ আৰু পাতল সাতোটা থোক ওলাই সেই ভাল থোকবোৰক খাই পেলালে ।

ফাৰৌএ এই দুটা সমাজিক দেখি বৰ আচৰিত মানিলে, আৰু তাৰ অৰ্থ বুজিবলৈ বৰ ইচা কৰিলে । আৰু জি মানুহে সমাজিকৰ ফলিতা দিব পাৰে, এনে মানুহবিলাকক বিচাৰি আনিবলৈ ৰজাই ৰাতি পুআই তেঁওৰ বন্দিবোৰক আগ্যা দিলে । অনেক গিয়ানি লোক আহিল, তথাপি ৰজাৰ সপোনৰ ফলিতা দিব নোআৰিলে । ৰজা বৰ অসন্তোস হল, কিন্তু তেঁওৰ কি উপাই?

পাচে বাটি ধৰাৰ মনত য়োচেফৰ কথা পৰিল; সি অনেক দিনৰে পৰা তেঁওক পাহৰি আচিল, এই নিমিত্তে তেতিয়া অসন্তোস পালে, আৰু ৰজাৰ আগত কলে, আজিহে মোৰ দোষ মোৰ মনত পৰিচে । হে মহা ৰজা, আগেএ আপোনাৰ চাঙ্গমাইক আৰু মোকো আপুনি খঙ্গ কৰি পোতিফৰৰ ঘৰৰ বন্দিসালত ৰাখিচিল; তাতে থাকোঁতে চাঙ্গমায়ে মযে দুয়ো দুটা সমাজিক দেখিলোঁ; তাতে এটা ডেকা মানুহে আমাৰ সমাজিকৰ ফলিতা কৈ বুলিলে, চাঙ্গমাই ফাঁচি জাব, কিন্তু মই মুকলি হম; পাচে সেই দৰে ঘটিল; চাঙ্গমাইক ফাঁচি দিয়া হল, কিন্তু সেই ডেকা মানুহে কোআৰ দৰে মই পুনৰাই আপোনাৰ বাটি ধৰিবলৈ অনুগ্ৰহ পালোঁ । তেতিয়া সেই ডেকা মানুহক বন্দিসালৰ পৰা আনিবলৈ ফাৰৌএ আগ্যা দিলে ।

তাতে ৰজাৰ বন্দিবোৰে গৈ বন্দিসালৰ ৰখিয়াত কলে, আমি য়োচেফক ৰজাৰ আগ কৰাৰৰ নিমিত্তে নিবলৈ আহিচোঁ, কিয়নো তেঁওৰ আগত ৰজাৰ কিচু কথা কবলৈ আচে ।

এনে কথা সুনাত য়োচেফৰ অতি আনন্দ হব পাই, কিয়নো ইস্বৰে তেঁওৰ প্ৰাৰ্থনা সুনিলে, ইয়াকে তেঁও দেখিলে । য়োচেফৰ কাপৰ অতি বিসম হোআত ৰজাৰ সাখ্যাত হবলৈ অজোগ্য; এই হেতুকে বন্দিবোৰে উত্তম বস্ত্ৰ পিন্ধাই তেঁওক ৰজাৰ আগ কৰালে । তেতিয়া ৰজাই য়োচেফত কলে, তুমি সপোনৰ অৰ্থ কব পাৰা, ইয়াকে সুনিচোঁ । তাতে য়োচেফে উত্তৰ দি বুলিলে, মই আপুনি সমাজিকৰ অৰ্থ কব নোআৰোঁ, কিন্তু মোৰ ইস্বৰে দেখাব পাৰে, আৰু তেঁৱে মহা ৰজাৰ সপোনৰ ফলিতা কৈ দেখাব, ইয়াকে মই নিচয়ে জানোঁ । তেতিয়া ফাৰৌএ তেঁওৰ দুই সমাজিক, অৰ্থাত সাতোটা গৰু, আৰু সাতোটা থোকৰ কথা য়োচেফৰ আগত কলে ।

ৰজাই সমাজিকৰ কথা কৈ এঁটালত, য়োচেফে সম্বিধান দি কলে, আপোনাৰ দুয়োটা সপোনৰ একে অৰ্থ । তাৰ ঘটিব লগা কথা এই; পাচৰ সাত বচৰত বহু সস্য বাহিৰ; কিন্তু তাৰ পাচৰ সাত বচৰত প্ৰাই একো সস্য ন

হব। সাতোটা পুৰ গৰু জি দেখিলা, সেয়ে বহু সস্য হোৱা সাত বচৰক বুজাই; আৰু সাতোটা খিন গৰু জি দেখিলা, সিও সস্য নোহোৱা সাত বচৰক বুজাই। জগতেই ঘটিব লগিয়া কথা বুজাবৰ হেতুকে ইশ্বৰে তোমাক এই দুই সমাজিক দেখালে।

বাৰু, তেন্তে ৰজাই কৰিব লগিয়া কৰম কি? প্রথমে বহু সস্য হব; পাচত প্রাই একো সস্য ন হব। য়োচেফে ৰজাক এই আলচ দিলে, বোলে, সস্য নোহোৱা কালৰ নিমিত্তে বহু সস্য হোৱা কালত কেতখনি সাঁচি ৰাখিবা। আৰু জি মানুহে বহু সস্য সাঁচি ভঁৰালত ৰাখিব পাৰে, এনে এটা বৰ গিয়ানি মানুহ বিচাৰা; ইয়াকে ন কৰিলে, পথাৰত সস্য ন বহা কালত প্রজা লোক মৰিব।

ৰজাৰ সমাজিকৰ অৰ্থ কোৱা হেতুকে য়োচেফকৈ ৰজা বৰ সন্তোস হল। য়োচেফে কোৱা কথাত ৰজা আৰু তেঁওৰ সকলো মানুহে বিস্বাস কৰিলে। তাতে ফাৰৌ ৰজাই তেঁওৰ মন্ত্রিবিলাকত কলে, য়োচেফৰ সমান গিয়ানি মানুহ মই কত পাম? তেঁওকে সস্য সাঁচি থোৱাৰ ভাৰ দিম।

তেতিয়া ফাৰৌএ য়োচেফক কলে, মোৰ সকলো মানুহক সাসন কৰিবলৈ তুমি মোৰ সহাই হবা। জেনেকৈ মোৰ আগ্যা সিবিলাকে মানে, তেনেকৈ তোমাৰো আগ্যা মানিব; আৰু মোত বাজে তুমি প্রধান হবা। তেতিয়া ফাৰৌএ আপোনাৰ হাতৰ আঙ্গঠি সোলোকাই য়োচেফৰ হাতত দিলে; তেঁওৰ নিচিনা সুন্দৰ ৰাজ বস্ত্র, আৰু সোনাৰ হাৰো পিন্ধালে। আৰু উঠি ফুৰিবলৈ ৰজাৰ সুন্দৰ ৰথ দিলে, আৰু সকলো লোকে দেখা পোৱা মাত্রকে তেঁওক প্রনাম কৰিবলৈকো আগ্যা কৰা হল।

সেই দৰে য়োচেফক প্রধান অধিকাৰ কৰা হল; কিন্তু তেঁও এলাহতে কাল নি নিয়াই। সস্য গোটাবৰ কাৰনে সাত বচৰলৈকে সকলো দেসতে ফুৰি ঠায়ে ঠায়ে বৰ বৰ ভঁৰাল সাজি, তাক সস্যেৰে পুৰ কৰি থলে। ভোজন পান কৰি থাকোঁতে তেঁওৰ কাল নে খেৱাই সততে লোকৰ হিত চিন্তা কৰি আছিল।

বন্দিসালৰ পৰা তেঁও মুকলি হল, এই হেতুকে তেঁও ইশ্বৰক অধিক স্তুতি ধন্যবাদ কৰিলে। তেঁৱে ৰাজ বস্ত্র পিন্ধাৰ কাৰনে আনন্দ কৰা নাই, কিন্তু সস্য গোটোৱাত লোকৰ উপকাৰি হব, এই কথাতহে অধিক আনন্দ আছিল। তেঁও এজনি কন্যা বিবাহ কৰিলে, আৰু দুটি পুত্রও হৈছিল; তথাপি আপোনাৰ চেনেহৰ পিত্রিক সুঁৱৰি আছিল, আৰু কোনো এক দিনত তেঁওক দেখিবলৈ পাব, এনে আসা কৰিছিলে। তেঁওৰ আপোনাৰ সৰু ভাই বেনিয়ামিনকো সুঁৱৰিলে, আৰু তেঁওৰ ভায়েকবিলাকে জেন তাক বধ ন কৰি বা গাঁতত নে পেলাই, কিন্তু সিইতৰ অধৰম কৰমৰ নিমিত্তে অসন্তোস পালে বুলি তেঁওৰ এনে আসা আছিল। তেঁওৰ ভায়েকবিলাকলৈ তেঁও খঙ্গ ন কৰিলে; কিয়নো মিচৰ দেসত সস্য গোটাবৰ কাৰনে সিইতে বন্দি ৰূপে তেঁওক বেচিবলৈ ইশ্বৰেহে দিলে, য়োচেফে তাকে জানিলে। ইশ্বৰে সকলো উত্তম কৰম কৰাই, আৰু তেঁৱে কৰা আটাই কৰমৰ উত্তম উত্তম কাৰনো আছে।

ইশ্বৰে আমাক কি নিমিত্তে নৰিয়া হবলৈ, বা দুষ্ট মানুহৰ দোৱাৰাই আমাক দুখ দিবলৈ, বা আমাৰ বস্তু নিবলৈ দিএ, ইয়াকে আমি এদিনা জানিম। ইশ্বৰে কি নিমিত্তে প্রভু য়িচুক বধ কৰিবলৈ দিলে, ইয়াক তোমোলাকে জানা। আমাক নৰকৰ পৰা উধাৰ কৰিবলৈ, তেঁও আমাৰ সলনি হৈ মৰিল। ক.

---

## মানুহ আৰু জন্তুবিলাকৰ মাজত জি ভেদ হই তাৰে কিচু কথা।

Comparison between Men and Animals.

প্রধান বেলেগ গুন এই; মানুহৰ বিবেচনা কৰিব পৰা গিয়ান আছে, কিন্তু জন্তুৰ হলে স্বভাবিক গুন মাথোন আছে। পহু, পখি আৰু অসভ্য অগিয়ানি মানুহ এটা তুলনা কৰা; জি মানুহ কেৱল বন পহুৰ দৰে আপোনাৰ পেটলৈ মাথোন চিন্তে, ইবিলাকৰ

প্রথম ভেদ দেখা; মানুহটক হলে অস্ত্র সস্ত্র আদি নানা সজুলি লাগে; কিন্তু তাৰ চাৰিও ফালে থকা জন্তু সকলক এনে সজুলি ন লগা আছে। প্রয়োজনি সকলো সিইতৰ আপোনাৰ সৰিলতে আছে, কিন্তু তাৰ হলে অস্ত্র সস্ত্র আদি নানা সজুলি হলেও, জন্তু চৰাই বোৰতকৈ সি অধিক কৰিব পৰা নাই। সি জদি থাকিবৰ নিমিত্তে ঘৰ সাজি লই, আৰু খাবৰ নিমিত্তে আহাৰ গোটাই থই, জন্তু আদি সকলোএও সেই ৰূপে কৰে। মানুহে হলে দা কুঠাৰ ন হলে একো কৰিব নোআৰে। কুঠাৰ ন হলে এডাল গচ কাটি পেলাব নোআৰে; কিন্তু জন্তু সকলোএ স্রিষ্টি কৰ্ত্তাই দিয়া সজুলি সকলোৰে প্রয়োজনিয় কৰম চলাই। মাটি চাহ কৰোঁ, তেও মানুহৰ কোৰ ন হলে একো কৰিব নোআৰে। আৰু পাচে সস্য দাবৰ কাল হলে তেতিয়া আকও কাচি ন হলে সস্য দাই গোটাব নোআৰোঁ কিন্তু জন্তু আৰু চৰাইবোৰে এই সকলো বস্তু নো হোআকৈ আপোনাক আৰু তাৰ পোআলিবোৰকো প্রতিপালন কৰি আছে।

দুতিয় ভেদ এই; মানুহ হলে তাৰ সকলো কৰমতে ভুল থাকে; কিন্তু পহু পখিএ কেতিয়াও একো ভুল ন কৰে। চৰাই এটা গচৰ ডালতে বহি, তাৰ এধা সজা বাহ কি ৰূপেৰে সাজি, এঁটাব, ইয়াকে বিবুধি হৈ থকা দেখিলা নে? নাইবা কোনোটো মৌ বাহ দেখিবলৈ এলাগি বা ভালকৈ সজা নো হোআ নাইবা টোকোৰা চৰাইৰ কোনোটো বাঁহ আনবিলাতকৈ দেখিবলৈ বেয়া, বা এই সক চৰাই সকলে গোট খাই কি ৰূপে ভাল বাহ সাজিব পাৰে, ইয়াকে বিচাৰ পৰ কৰা তুমি কতবাত দেখিলা নে?

এই পহু পখিবোৰে হলে আমাতকৈও ভাল ঔষধ জানে। জেতিয়া সিইতে নৰিয়া পৰে, তেতিয়া কোনো এবিধ ঘাঁহ জি সদাই নে খাই তাকে বিচাৰি খাই বস্ত হই; কিন্তু আমাৰ বেজে হলে কোনো এটা বিয়াধিলৈ কিমান কিমান বিধৰ দৰৱ খুআব, তেও বস্ত হবলৈ টান হই। মানুহে নি সিকাকৈ এটা সৰু কৰমো কৰিব নোআৰে; তাৰ আয়ুসৰ সমান ভাগ ভুল কৰোঁতে গৈছে, তেহে পাচত তাৰ দোআৰাই নিপুন হই।

ত্রিতিয় ভেদ এই, পহু পখিএ সিইতৰ আপোনাৰ স্বভাবিক গুনেৰে জি জানে, তাত বাজে আন একো কৰিব নোআৰে; কিন্তু মানুহ হলে গিয়ান বিদ্যাৰ দোআৰাই সদাই বাঢ়ি বাঢ়ি গৈ থাকে। এই দৰে টোকোৰা চৰাই চোআ; স্রিষ্টি কৰোঁতেই সেই চৰাই জেনে সুন্দৰ বাহ সাজিছিল, এতিয়াও তেনে কৰে: একো প্রিথক ন হই, তাৰ গিয়ান কেতিয়াও নে বাঢ়ে।

জ. ট.



## পোসন পালন কৰা মাত্রিৰ কথা ।

২ আধ্যা ।

Peep of Day.—Chap. II.

Of a Mother's Care.

মোৰ প্রিয় লৰা সকল, তোমোলাকৰ সৰু সৰু সৰিলৰ কথা কিছু কওঁ। এতিয়া তোমাৰ সৰিল জিমান ডাঙৰ হৈছে, সেই দৰে সদাই আছিল নে? ন হই; এবেলি হলে নিচেই সৰু আছিল।

জেতিয়া তোমাৰ সৰিল নিচেই সৰু আছিল, তেতিয়া তোমাক কি বুলি মাতিছিলে? কেঁচুআ বুলি মাতিছিলে।

এতিয়া হলে তুমি আপোনালৈ কিছু জতন কৰিব পাৰা; কিন্তু তেতিয়া তুমি আপোনালৈ একো কৰিব নোআৰিছিলা। কেঁচুআ লৰাই খোজ কাঢ়িব পাৰে নে? নাইবা কথা কব বা আপুনি খাব পাৰে নে? নোআৰে।

কিন্তু ইশ্বৰে তোমাক প্রতিপালন কৰিবলৈ এজনক দিলে; সেয়ে কোন?

সেয়ে তোমাৰ প্রিয় মাত্রি; তেঁওহে তেতিয়া তোমাক প্রতিপালন কৰিলে। তেঁও কোলাত লৈ তোমাক নিচুকালে; ধুআই, ধুআই, আৰু কাপৰ পিন্ধাই তোমাক বাজত ফুৰাবলৈ নিলে। তোমাৰ মাত্রিক প্রেম কৰা নে? হই, প্রেম কৰিচা, তাকে মই জানোঁ; কিন্তু তোমাৰ মাত্রিক কোনে দিলে? পৰম ইশ্বৰেহে তোমালৈ দায়ালু মাত্রি দিলে।

অলপ দিনৰ আগেয়ে তুমি নাই কিচিলা। তেতিয়া ইশ্বৰে তোমাৰ সৰু সৰিল সুজিলে, আৰু তোমাৰ মাত্রিক দিলত, তেঁও দেখিএই তোমাক প্রেম কৰিলে। পৰম ইশ্বৰেহে তোমাৰ মাত্রিক তোমালৈ ইমান মৰমিয়াল কৰিলে।

তোমাৰ মাত্রিএ তোমাৰ দুৰ্বলি সৰিলক নিকা কাপৰ পিন্ধাই, তোমাৰ সজ্যাত সুআলে। জেতিয়া তুমি ক্রান্দিচিলা, তেতিয়া তোমাক আহাৰ দিলে, আৰু আপোনাৰ কোলাত লৈ নিচুকাই সুআইচিলে। সন্তোস কৰাবলৈ তেঁও তোমাক নানা প্রকাৰ সুন্দৰ সুন্দৰ বস্তু দেখালে। তেঁও তোমাক দাঙ্গি ধৰি কেনেকৈ খোজ কাৰ্হিব লাগে তাকে দেখালে। তেঁও তোমাক কথা কবলৈ সিকালে, আৰু বাৰে বাৰে চুমা দি চেনেহৰ নামেৰে তোমাক মাতিলে।

এতিয়াও তোমাৰ মাত্রিএ তোমালৈ মৰমিয়াল হই নে? হই, ইস্কুললৈ মাত্রিএ তোমাক পঠাইচে, আৰু গধুলিত ঘৰলৈ আহিলে আহাৰ দিএ। তেঁও জিয়াই থাকে মানে তোমাক প্রেম কৰিব বুলি মই জানোঁ।

কিন্তু কোনে এই মাত্রি দিলে, তাকে সোঁৱৰা। ইশ্বৰে তোমাক পথাৰত পেলাই ন থৈ এজনা প্রিয় মাত্রিলৈ পঠালে; তোমাক পথাৰত পেলোআ হলে কোনেও নে দেখিলেহেঁতেন, আৰু প্রতিপালনো ন কৰিলেহেঁতেন।

তোমাৰ মাত্রিএ তোমাক জিয়াই ৰাখিব পাৰে নে? ন হই, নোআৰে।

তেঁও তোমাক ধুআব পাৰে হই, কিন্তু তোমাৰ উসাহ নিস্বাস চলাই ৰখাব নোআৰে। ইশ্বৰে সদাই তোমাৰ নিমিত্তে চিন্তে। তেঁও তোমাক পাহৰা হলে তোমাৰ উসাহ বন্ধ হলহেঁতেন।

তোমাৰ মাত্রিৰ ইমান মৰমৰ কাৰনে তুমি তেঁওক কেতিয়াবা মান্য ৰুপে সেৱা কৰা নে? হই. তুমি কেতিয়াবা কৈতিয়াবা তোমাৰ মাত্রিৰ ডিঙ্গিত সাবুটি ধৰি কোআ, হে আই, তোমাৰ ইমান দায়াৰ কাৰনে মই তোমাক কিমান অধিক মৰম কৰোঁ! তোমাক ইশ্বৰে মাত্রি দিয়া, আৰু জিয়াই ৰখাৰ নিমিত্তে তেঁওকো ধন্যবাদ ন কৰিবা নে? তুমি জেতিয়া ইশ্বৰলৈ প্রার্থনা কৰিব খোজা, তেতিয়া আঁঠু কাৰ্হি কৰা, হে ইশ্বৰ, তুমি মোলৈ কিমান দায়ালু হৈচা! এই নিমিত্তে মই তোমাক ধন্যবাদ আৰু প্রেম কৰিচোঁ।

তোমাৰ প্রার্থনা, ধন্যবাদ, ইশ্বৰে সুনিব নে? হই, তেঁও সুনিব আৰু তাতে সন্তোসো হব।

---

## গঙ্গা নাৰায়ন চিল।

Ganga Narayon Seal.

কলিকতাৰ ওচৰত গঙ্গা নাৰায়ন চিল নামে এজন অতি প্রিয় ধকাৰি ধৰম উপদেসক আচিল। তেঁও ১৮ ৭ সঁকৰ আগষ্ট মাহত্তে যুৰ পোআ হৈ অলপ কালতেই পৰম ইশ্বৰৰ কৰমত নিপুন আৰু উচাহি হল। অলপ দিন হল মন্থ্লিআল ৰেজিষ্টৰ নামে আমেৰিকা দেসৰ এক সম্বাদ পত্রত, আৰু পাত্রিআত নামে ইংলণ্ডৰ আন এক পত্রত, তেঁওৰ এক উপদেসৰ অতি উতম কথা চপা কৰা গল। এই সময়ত সেই কথাবিলাক প্রকাস কৰা উচিত; তাৰ তলত লিখা বচনৰ মুল কথা কৰিন্থিলৈ পৌলে লিখা ২ পত্রৰ ৬ আধ্যাৰ ১৪—১৭ পদ। সেই মুল কথাৰ পৰা তেঁৱে মণ্ডলি লোকলৈ উপদেস দি কৈচিলে, বোলে, য়িহুদিবিলাকৰ বাহিৰে প্রিথিবিৰ সকলো লোক দেওপুজক আচিল। সত্য পৰম ইশ্বৰক জনাৰৰ নিমিত্তে য়িচু খ্রিষ্ট আহিল; পাঁচনিবিলাকেও আৰু আগৰ কালৰ খ্রিষ্টিয়ানবিলাকেও সেই ৰুপে

সিকালে। এতিয়া জি মানুহে ধৰম শাস্ত্ৰৰ দৰে আচৰন কৰে সিহঁতেও সিবিলাকৰ পাচে জোআ হব। কিন্তু ৰোমান কাথলিকবিলাকে সেই ৰূপে নাচৰে। কিয়নো সিহঁতে দেওপূজকৰ বেৱহাৰ সম্পূৰ্ন ৰূপে অগ্ৰাজ্য ন কৰে। নাম সকলো বেলেগ হৈচে হই, কিন্তু ভাব একে; দিয়ানা দেবিৰ মূৰ্ত্তিৰ লগত মাৰিয়ামৰ মূৰ্ত্তি থোআ হৈচে। দেওপূজকবিলাকে বিৰবিলাকক আৰু সাধু লোকবিলাকক দেৱতাৰ নিচিনাকৈ ভাবি থাকে; পবিত্ৰ হবৰ নিমিত্তে দেওপূজকবিলাকে গঙ্গাৰ জলতে স্নান কৰে; ৰোমান কাথলিকৰ মত লোআবিলাকে সেই ৰূপে পবিত্ৰ জলেৰে বেৱহাৰ কৰে। সিৱৰ পাণ্ডাবিলাকে পুন্যৰ নিমিত্তে তিৰ্থে ঘৰে ফুৰে; ৰোমান কাথলিকবিলাকেও পাপ খই হবৰ নিমিত্তে, তপস্যা আৰু আপোনাৰ গাত চাবুকেৰে মৰা, সিকলিৰে বন্ধাকে আদি কৰি অনেক বেৱহাৰ কৰে। মৰনৰ পাচে হিন্দুবিলাক স্বৰগলৈ জাবৰ নিমিত্তে সিবিলাকৰ সন্তানবিলাকে স্ৰাধ কৰে, আৰু মাটি, ৰূপ, সোন, এই সকলোকে দান কৰে, আৰু কিছু কাললৈ লঘোন কৰি ব্ৰত ধৰে। জেতিয়া পাপাৰ মত লোআবিলাক মৰে, তেতিয়া পৰ্গাতৰি, অৰ্থাত জাতনাৰ ঠাইৰ পৰা তাক মুক্তি কৰিবৰ নিমিত্তে তাৰ সন্তানবিলাকে অতিসই আৰাধনা কৰে, আৰু গিৰ্জা ঘৰ সাজে, আৰু সৰিলকে অনেক দুখ দিএ; জাজকবিলাকেও আপোনাৰ লাভৰ নিমিত্তে সেই জাতনা ঠাইৰ পৰা মুক্তি পাবলৈ অনেক ৰূপৰ প্ৰয়োজন প্ৰচাৰ কৰে।

হিন্দুবিলাকে তিৰ্থ মানে; ৰোম নগৰ আদি কৰি অনেক ঠাই দৰ্সন পালে, পাপাৰ মত লোআবিলাকেও পুন্য বুলি ভাবে; হিন্দুবিলাকে মূৰ্ত্তি সেৱা কৰে; পাপাৰ মত লোআ মানুহবিলাকেও জেতিয়া প্ৰতিদিনত টিকনি তোলে, নাইবা গিৰ্জা ঘৰৰ চাৰিও ফালে য়িচু খ্ৰিষ্টৰ মূৰ্ত্তি সাজি তুলি লৈ ফুৰাই, তেতিয়া সেই ৰূপে কৰে। হিন্দুবিলাকৰ মাজত সন্যাসি আছে; তেনেকৈ পাপাৰ মত লোআবিলাকৰো মাজত মন্ত আছে। হিন্দুবিলাকে গুৰুৰ ভৰিৰ ধুলি মূৰত লই; পাপাৰ লোকবিলাকেও পাপাৰ জোতা বা ভৰিৰ বুৰা আঙ্গুলিত চুমা দিএ। হিন্দুবিলাকে গঙ্গা জলক পবিত্ৰ বুলি মানে, ৰোমান কাথলিকবিলাকৰ মাজতো পবিত্ৰ নাদ আছে। হিন্দুবিলাকৰ মাজত কেৱল ব্ৰাহ্মনবিলাকে সাস্ত্ৰ পঢ়িব পাৰে; সেই নিচিনাকৈ ৰোমান কাথলিকবিলাকৰ মাজতো পাপাইহে ধৰম পুথি পঢ়ি অৰ্থ দিব পাৰে। সত্ৰুৰ আপদৰ পৰা ৰখ্যা পাবৰ নিমিত্তে হিন্দু নাইবা মচলমানবিলাকে সাস্ত্ৰৰ বা কোৰানৰ পৰা কোনো কথা লিখি মাদলিত ভৰাই, ডিঙ্গিত নাইবা বাহুত পিন্ধে; এনেকুআ বেৱহাৰ পাপাৰ মাজতো আছে। তাৰ ভিতৰত য়োহানে লিখা সুভ বাত্ৰাৰ প্ৰথম চাৰি পদে লিখে। মূৰ্ত্তিৰ আগত হিন্দুবিলাকে চাকি লগাই; ৰোমান কাথলিকবিলাকেও সেই ৰূপে কৰে, কিন্তু পৰম ইস্বৰ জি জন তেঁও এন্ধাৰৰ মাজত থাকে নে? হিন্দু আৰু মচলমান মানুহবিলাকে জেনেকৈ মলা জপে, পাপাৰ লোকবিলাকৰো তেনে কৰম। হিন্দুবিলাকে বচৰে বচৰে স্ৰাধ কৰে; পাপাৰ মত লোআ লোকবিলাকৰ মাজতো অল চৌলচ্ নামে বচেৰেকিয়া পৰ্ব আছে। সেই দিনা দুখিয়া লোকবিলাকে মঙ্গহ, ৰুটি, ফটিকা লৈ গুৰুৰ ওচৰলৈ জাই। এই সকলো কথাতে পাপাৰ ধৰম নিচয়ে দেওপূজকৰ নিচিনা দেখা গৈচে।

য়িচু খ্ৰিষ্ট আৰু তেঁওৰ পাঁচনিবিলাকে এনেকুআ কৰিচিলে নে? পৰম ইস্বৰৰ মূৰ্ত্তি সাজি, নাইবা তেঁওৰ টিকনি তুলি "তোমোলাকৰ পৰম ইস্বৰক দেখা, সেৱা কৰি পূজা কৰা," এনেকৈ কৈচিলে নে? দুতবিলাকলৈ, সাধুবিলাকলৈ, নাইবা মাৰিয়ামলৈ সিহঁতে কি প্ৰাৰ্থনা কৰিচিলে? জদি পাপাতকৈ সৰ্ব গিয়ানি য়িচু খ্ৰিষ্ট আৰু তেঁওৰ পাঁচনিবিলাকে এনে কৰম ন কৰিলে, তেনে হলে এই সকলো আচৰন এৰি য়িচু খ্ৰিষ্টৰ আগ্যা পালন কৰা তোমোলাকৰ উচিত। অধৰম এৰি তোমোলাকৰ সকলো পাপৰ

পৰা ওলটা। পৰম ঈশ্বৰে প্ৰভু যিচু খ্ৰিষ্টৰ দোআৰাই তোমোলাকৰ মন পহৰ কৰোক, আৰু আত্মাৰে সত্যৰে তেঁওক ভজন কৰিবলৈ সিক্ষ্যা দিওক। ম.

## ৰুমিয়া ৰজাবিলাকৰ আখ্যান।

The Roman Empire, from Constantine to Pope Gregory VII.

*( Continued from the Sept. No of 1852.)*

কিন্তু বিচিগাথৰ ৰজা থেয়োদৰিকৈ আহিলতেই জেতিয়ালৈকে সিইতে আপোনাৰ সাহৰ কাৰনে আতিলা নামেৰে হুনৰ ৰজাক নে মাতিচিল, তেতিয়ালৈকে অৰ্থাত ৪৫০ সঁকলৈকে সিইতে আৰু অধিক দেস জিকিব নোআৰিচিল। জিবিলাক সেনা ককাচস্ পৰ্বতৰ পৰা আৰক সাগৰৰ কাসে আহিচিল, সেই সকলো সেনাৰ মাজত হুনবিলাকো এবাহ আচিল। হুনবিলাকৰ ৰজা নিন্দক আৰু নিচ হলেও তথাপি সি মহা বিৰ আৰু নিৰ্দয়া আচিল।

সেই ৰজাই আপোনাৰ নাম গাদগিজেন, অৰ্থাত ঈশ্বৰৰ দণ্ড ৰাখিলে; এই ৰূপ হোআত জিবিলাকে ঈশ্বৰক ভই ন কৰিচিল, সিইতেও তাক দেখিলে ভই কৰিচিল। সি ইমান সেনাৰ অধিকাৰ আচিল, জিবিলাকে গননা কৰিচিল সিইতেও ৪০,০০০০০ বুলি কই। তেঁও সেই সকল সেনা লৈ দানুব নদি পাৰ হৈ জি জি দেসে দি গৈচিল, সেই সেই ঠায়ে দি জুইৰে ঘৰ পুৰি আৰু বধ কৰিহে গৈচিল। আৰু সেই ৰজাই কনষ্টান্স হ্ৰদৰ ওপৰ ভাগে দানুব নদি পাৰ হৈ, জি জি নগৰ অলপতে সজা হৈচিল, আৰু হবলৈকো আচিল, সেই আটাইবিলাক জুইৰে পুৰিলে। ৰুমিয়া আৰু বিচিগাথবিলাকৰ জি সেনা আচিল, সেইবিলাকক খেদাবলৈ মন কৰি সিইতৰ লগত মিলিবলৈ আৰু থাকিবলৈকো কাৰ্বাৰ কৰিচিল; ৰুমিয়াৰ সেনাপতি য়েচিয়চ, আৰু থেয়োদৰিক ৰজাই চালন্স নগৰৰ কাতালোনিয়া পথাৰত চাউনি কৰি আচিল। ৪৫১ সঁকত দানুব নদিৰ পৰ-টাগচ নদিৰ মুখলৈকে সকলো দেসৰ লোকবিলাকৰ এই দৰে যুধ প্ৰাই কেতিয়াও হোআ নাই; পেতিয়ৰ, আৰু লাইপচিক, আৰু ওৱাৰ্টেলু এই তিনি ঠাইত জি মহা যুধ হৈচিল। তাৰ বাহিৰে জিহতে সিইতৰ অনেক লাভ ওলাল, এনে মহা ৰন কেতিয়াও হোআ নাই।

সেই ৰনত ৬০,০০০ হেজাৰতাকৈও সৰহ মানুহ মৰিল, আৰু থেয়োদৰিক ৰজাও মৰিল। পাচে তেঁও এটা গৰত আগুই সৰ লগিয়া হলতো তেঁও সকলো সেনা লৈ জি জি নগৰে দি ৰুম নগৰ বেৰি ধৰিবলৈ গৈচিল, সেই দেসৰ লোক সকলক বধ কৰি সিইতৰ ঘৰ পুৰিলে। সি আহোঁতে ৰুম নগৰ কঁপিবলৈ ধৰিলে। কেৱল প্ৰথম লিয়ো নামেৰে নগৰৰ প্ৰধান ধৰম অধিকাৰৰ চাউনিলৈ গৈ তেঁওৰ লগত মিলিবলৈ সাহিয়াল হৈ মৌৰ দৰে কথা কৈ অৰ্থাত গহিন কথাৰে গালি পাৰিবলৈ ধৰিলে। তাতে তেঁও সেই ভয়ানক অধিকাৰৰ লোহৰ দৰে টান হোআ মনক কোমল কৰিলে; পাচে আতিলাই সেই ঠাইৰ পৰা আপোনাৰ বলৱন্ত সেনা লৈ উভতি গল, আৰু বেগাই আপোনাৰ দেসলৈ জাওতে বাটৰ মাজত মৰিল। হুনৰে তাৰ মৰা স এটা সোনৰ চন্দুকত সুমাই মৈদাম দিলে, সেই মৈদাম কোন ঠাইত দিলে তাক জনাই নাই। পচিম ৰাজ্যৰ হুনবিলাকে খ্ৰিষ্টিয়ান লোকবিলাকক জেনে দুখ দিচিল, তেনেকৈ সিইতৰ অধিকাৰ জি আতিলা তেঁও মৰিবৰ পাচত সেই হুনবিলাকে দুখ দিয়া আৰু সুনা ন গল।

ৰুম নগৰৰ নিবাসিবিলাকে জেতিয়া সেই ভয়ানক আতিলাৰ হাতৰ পৰা ৰখ্যা পালে, তেতিয়া জদি সিইতে ঈশ্বৰৰ অনুগ্ৰহ জানি ধন্যবাদ কৰিলেহেঁতেন, আৰু জদি ৰূপকৈ পাপৰ খেদ কৰিলেহেঁতেন, তেনে হলে ইমান আপদ বেগাই সিইতৰ ন ঘটিলহেঁতেন; কিন্তু দেখা, ৪৭৬ সঁকত বাণ্ডালৰ ৰজা জেন্সাৰিকে ৰুম নগৰ বেৰি ধৰিবলৈ আহিল; আৰু তাৰ কোনো বিৰোধ নো হোআত তাৰ নিৰ্দয়া সেনাবিলাকে ১৪ দিনলৈকে লুট কৰিলে। তাতে পূৰ্বৰ ৰাজধানি নগৰত বহুত দামৰ হোআ

দৰজিএ বন কৰা, আৰু জিহতে সোনাৰ পুতলা আছিল, এনেকুআ কাপিতোল মন্দিৰ আৰু তাৰ বাহিৰেও ৰিকচালম নগৰৰ পৰা অনা পবিত্ৰ পাত্ৰ, আৰু উনানিয়াবিলাকৰ প্ৰধান কৰমৰ বস্তুবিলাক এই সকলোৱে কেতবিলাক বাণ্ডাল লোকৰ দোআৰাই নষ্ট কৰা হল। আৰু কেতবিলাক কার্থেজ নগৰলৈ অনা হল। জি পুৰনি ৰুম নগৰ ১২০০ বচৰৰ বুৰুত জাতৰ হেৰুআইচিল, সেই সকল সেই সময়ত চুকাল। কিন্তু আগৰ সাঁচি খোআ আৰু বৰ্হোআ ধৰমৰ বিসয়ে জি ৰাজ্য, সেই সাও পোআ নগৰৰ পৰা উতপন হৈ, আগৰ ৰাজ্যৰ দৰে বহু কাল থাকিব বুলি সেই সময়ত কোনে ভাবিচিল!

৪৪১ সঁকত ব্ৰিত্তিন্য দিপ জেতিয়া ৰুমিয়া ৰাজ্যৰ পৰা বেলেগ হৈ প্ৰথমতে পিক্তৰ আৰু স্কতৰ দোআৰাই আৰু পাচে আংগ্লো-চাকচনৰ দোআৰাই অধিন কৰা হল, তেতিয়া ইউৰপত নতুন ৰাজ্য স্থাপনা কৰা হল।

খ্ৰিচ্টৰ ধৰমৰ জি গুটি সকলো ইউৰপ দেসত গজিবলৈ দিচিল, সেই সকলো গুটি তেতিয়া চপাৰ ধৰিলে। আৰু বেগাই অধিক সস্য হব বুলি আসা জনমিল। ৫০০ সঁকৰ আগেয়ে স্পেইন আৰু ফ্ৰাঙ্ক দেসত, বিচিগাথ আৰু স্বেবি আৰু বৰ্গণ্ডি লোক আৰু উত্তৰ ফ্ৰাঙ্ক দেসত অস্ত্ৰগাথ লোকে খ্ৰিচ্টৰ ধৰম গ্ৰাজ্য কৰিলে। আৰু জিবিলাকে অস্ত্ৰগাথৰ ৰাজ্য গুচাই নতুন ৰাজ্য স্থাপনা কৰিচিলে, আৰু জিবিলাকৰ নামৰ দৰে ইতালি দেসৰ ওপৰ ভাগ লম্বাৰ্দি নামেৰে আচে, সেই লম্বাৰ্টি লোকবিলাক ৬০০ সঁকৰ মাজত খ্ৰিষ্টত বিস্বাস কৰিলে। পাচে আইৰিচ, ইংলিচ, স্কট, বাবাৰিএন, স্বিইচ আৰু ফ্ৰিচলেন্দ এই সকল দেসৰ লোকবিলাকেও প্ৰভুৰ ধৰম গ্ৰাজ্য কৰিলে। কম বেচ ৮১৪ সঁকত বজা চালিমেন চাকন লোকক খ্ৰিচ্টৰ ধৰম গ্ৰাজ্য কৰালে। লাহে লাহে প্ৰুচিয়া, আৰু বহিমিয়া, আৰু দেন্মাৰ্ক, আৰু স্বিইদেন, আৰু হঙ্গাৰি, আৰু নৰৱই দেসত খ্ৰিচ্টৰ ধৰম বিয়াপিচিল। জি সময়ৰ বিৱৰন মই লিখিলোঁ, সেই সময়ৰ পাচত কেৱল দেওপূজকবিলাকৰ কেতবিলাকহে আচিল।

ম. ক. ক.

---

## মানুহৰ অমৰনৰ বিসয়ে আকাসৰ তৰাবিলাকে প্ৰমান দিয়া।

প্ৰস্ন।

ওহে সৰ্ব তৰাগন সদা কৰিচা গমন
দিব্য সুন্য পথে আকাসৰ;
কিবা বাৰ্ত্তা ইস্বৰৰ পাইচা নে স্বৰগৰ,
কহিয়োক প্ৰতি মনুস্যৰ।

উত্তৰ।

হই, আমি সুনি আচোঁ বিদিত বচন,
তাতে মৰ্ত্ত্য লোকে সাৱধানে দিয়া মন;
জি ৰুপে গগন মাজে কৰিচোঁ গমন,
মিত্ৰ ভাৱে সেই বাক্য কৰিও গ্ৰহন;
তাহাতে সিকিবা ইস্বৰৰ নাম সাৰ,
আমি সবে দিপ্তি কৰোঁ আগ্যাতে জাহাৰ।

জেনে ৰুপে আমি সবে সৰ্বদা ভ্ৰুমন
অন্ধকাৰ মাজে চলি কৰিচোঁ গমন;
সেই ৰুপে জিৱ আত্মা জানা মনুস্যৰ,
আমাৰ বিনাস হলে থাকিব অমৰ;
সুৰ্জ আৰু গ্ৰহগন জদি হব ধ্বই,
তথাপি নৰৰ আত্মা ন মৰে নিচই।

হেজাৰ হেজাৰ কাল জদি ধ্বই হব,
অতি অল্প কাল বুলি তেতিয়া গনিব।
দেখা, এই দিপ্তিমান তৰা গ্ৰহগন,
এটা এটা কৰি সিও হৈবেক নাসন;
আমাৰ মহিমা গুচি হৈইলে বিনাস
তথাপি মনুস্য আত্মা হব অবিনাস।

উপদেস।

এই হেতু হিত বাক্য সুনি দিয়া মন,
পাপ মতি চাৰি ভজা ব্ৰহ্ম নিৰঞ্জন;
জি হেতুক তেঁৱে স্ৰিষ্টি কৰ্ত্তা চৰাচৰ
অদিত্তিয় ত্ৰান কৰ্ত্তা জাতি মনুস্যৰ;
এই হেতু বিনই বচনে দিয়া মন,
ভজি খ্ৰিচ্টু স্ৰিষ্টি কৰা পাপৰ মোচন।

ন. স. ক.



## জুই ওলোআ পর্বতবোৰ।

প্ৰিথিৱিত মুঠে অগ্নি ওলোআ ৩০৩ পর্বত আছে, তাৰে ১৯৪ টা সাগৰৰ মাজুলিবোৰত; ১০৯ টা মহা দিপত আছে।

## কালৰ বিসই।

On Time.

এবিধ পোক আছে, সি এদিন মাত্ৰ জিয়াই থাকে, ৰাতি পুআ জগে, দুপৰত জৌৱন হই, পাচে বেলা ভাটি দিলে মানে আয়ুস কমি কমি গধুলি হলে মৰে। সেই দৰে মানুহৰ আয়ুসো।

মানুহ ভালেমান বচৰ জিয়াই থাকে হই, কিন্তু সেযে অতি বেগাই জোআতে আমাৰ প্ৰত্যেক দণ্ডেই বহু মুলিয়া হৈছে। আমাৰ আয়ুস এক জাত্ৰাৰ নিচিনা হই, প্ৰত্যেক খোজ সেই পথ বা হওক কমাই নি আছে। এই এদিনিয়া পোকৰ দৰে আমাৰো আয়ুস তিনি ভাগে কৰা জাব পাৰে; ৰাতি পুআই নৱা কাল, দুপৰিয়াই মধ্যম বয়স; সন্ধিয়াই ব্ৰিধ কাল জানিবা।

নৱা কালত আমি নানা গিয়ান সিখ্যা আৰ্জো, জিহে আমাৰ পথ দর্সক হৈ আমাৰ আগত থকা জাত্ৰাৰ পথত চলাই নিএ, আৰু এই পথৰ মুৰত সুভাগ্য বা দুৰ্ভাগ্য আমাৰ কাৰন হৈ থকাৰ হেতুকে আমি মৌ মাখিৰ দৰে প্ৰত্যেক জিলিকা ঘণ্টা এনেই জাব নি দি, আমাৰ আপোনাক লাভ সঞ্চই কৰিব লাগে। এই কাৰনে আমি অলপো কাল বহুস্য খেলাতে নিব নে লাগে বুলি মই ন কঁও, সকলোৰে আৱস্যক আছে, বিসেসকৈ নৱা সকলৰ ওমলা আৱস্যক হই; কিন্তু জি সময়ত আমি সিখ্যাত বা আন কোনো কৰমত কাল নিয়াৰ লাগে, এনে সমই আমি বঙ ধেমালিৰ দোআৰাই এলাহতে নিয়াৰ নে পাঁও; কিয়নো আমাৰ আগত থকা জাত্ৰাৰ পথত জদি আমি হৈ হৈ বেলি কৰি থাকোঁ, তেন্তে জি কালত এই জাত্ৰা ওৰ পেলাব লাগে, সেয়ে দুকাৰ। তেতিয়া ঘৰ বা আন কোনো আস্ৰই নো হোআকৈ হাবিৰ মাজত গধুলি হব; আৰু ৰাতিৰ এন্ধাৰ পৰিলে তেতিয়া তাত কি কৰিম?

মধ্যম বয়সেই আমাৰ সকলো কৰমৰ দিন। আমাৰ পাচৰ দিনত আমি জেন গিয়ানি আৰু উত্তম হব পাৰোঁ, এই নিমিত্তে নৱা কালত গিয়ান বিদ্যা সিকি সাঁচি থোআ বৰ আৱস্যক।

বুঢ়া কালেই গধুলি বেলা। ইয়াকে ওচৰ চপা ৰাতিএ ধুঁঅলি কুঁঅলি কৰিছে, তথাপি জদি আমাৰ সমই এনেই দুকুআ নাই, আৰু ৰাতি হোআৰ আগেয়েই অৰ্থাত মৰনলৈ জুগুত হৈ আছোঁ, তেন্তে ইয়াতে আমি একো ভই কৰিব লগিয়া নাই। ন. চ.

আমাক উৰাই নিছে কাল
অনন্ত পৰলোক,
আয়ুস কেৱল জাত্ৰাৰ দিন,
বিয়াধি আৰু সোক।
জৌৱন, সোভন, সংসাৰৰ
সকল সুখ তিলেকত বই,
মর্ত্যৰ জি উত্তম সুন্দৰ
মৈদামত হব থই।
আমাক উৰাই নিছে কাল
অনন্ত পৰলোক,
আয়ুস কেৱল জাত্ৰাৰ দিন,
বিয়াধি আৰু সোক।
কিন্তু জাৰ খ্ৰিষ্টৰ দাস
ভুগি সুখ ওপৰৰ ঠাই;
সোভা হব প্ৰভুৰ পাস,
অনন্ত জৌৱন পাই।

## বায়ুৰ গধুৰ পৰিমান কৰা জোখৰ জন্ত্ৰ।

**Measuring the Weight of Air.**

বায়ু সদাই একে দৰে নে থাকে; কোনো কোনো সময়ত বায়ু অতি পাতল অৰ্থাত লঘু হই, আৰু কোনো সময়ত এনেহে গধুৰ হই' দুৰ্বলি লোকে প্ৰায়ে উসাহ লবও নোআৰে। ভয়ামত বায়ু জিমান গধুৰ, পৰ্বতৰ ওপৰত সেই মান গধুৰ ন হই। এই হেতুকে জদি কোনো লোকে বহু দিনৰে পৰা সৰিলত পিৰা পাই দুৰ্বলি হই, তেতিয়া সেই মানুহ পৰ্বতৰ ওপৰত থাকিলে, সম্পূৰ্ন বল সক্তি পাই। আৰু জি সময়ত ব্ৰিষ্টি পৰে, তেতিয়া বায়ু জলেৰে জুক্ত হোআত গধুৰ হই। আৰু বাৰিথা কালত জি কাঠ ঘৰৰ ভিতৰত থাকে সিও গুৰুন্দি পৰে, ইয়াকে সকলোএ বুজিব পাৰে। বায়ু জলেৰে জোগ হোআ হেতুকে জন্তুৰ চালো অলপ ফুলি পৰে, তাতে ঘামত জোঁতা পিন্ধিবলৈ ভৰিলৈ জদি নাটনি হই, বৰখুনৰ কালত সি কোমল হোআত ভাল ৰূপে ভৰিত খাই ধৰে। আৰু তাৰ সেই গুনৰ প্ৰমান বেহেলা বোআ সকলে জানিব পাৰে; কিয়নো ঘামতকৈ বৰখুনৰ কালত বেহেলাৰ জৰি কোমল হই। বায়ুৰ ভাৰতে সকলো প্ৰকাৰ ধাতুৰ গুন বিসেস ৰূপে ওলাই। কিন্তু বায়ু জলজুক্ত হলে পাৰা ৰসৰ জি ভাৱে গুন অভেদ হই, তাতকৈ আন বস্তুৰ প্ৰায়ে ন হই; বিসেসকৈ বৰখুনৰ আগেএ কেতিয়াবা কোনো সময়ত তিনি চাৰি দিনৰ আগৰে পৰা বায়ু জলজুক্ত হৈ ভাৰি হোআত বৰখুনৰ অনেক কালৰ পুৰ্বেই অনেক বস্তুৰ আপোন আপোন গুনৰ প্ৰভেদ হই। ইয়াকে বিবেচনা কৰি গিয়ানি লোক সকলে এনেকৈ মনত ভাবিলে, জদি আমি বায়ুৰ ভাৰ বুজিব পৰা এনে কোনো জন্ত্ৰ জুগুত কৰি ব্ৰিষ্টিএ সম্ভাবনাৰ বিসই আগেয়ে থিৰ কৰিব পাৰিলে, আমাৰ সকলোৰে অনেক প্ৰকাৰ লাভ হব; এনে বিবেচনা কৰি নানা ৰূপ জন্ত্ৰ অৰ্থাত কল সাজিবলৈ ধৰিলে। প্ৰথমতে তৰিচেলি নামে এজন গিয়ানি মানুহে বৰ এটা পাত্ৰত পাৰাৰ ৰস ৰাখিলে, পাচে একালে মুখ মৰা চুঙ্গাৰ নলা পাৰা ৰসেৰে পুৰ কৰি নলাৰ জি ফালে চুঙ্গাৰ দৰে খোলা আছিল, সেই ফালে পাৰা ৰসৰ পাত্ৰৰ ওপৰত ডুবাই দিলে, তাতে নলাৰ মুখত থকা জি ৰস সি বহি জোআ দেখিলে। পাচে বায়ু জেতিয়া জলজুক্ত হৈ গধুৰ হল, তেতিয়া বায়ুৰ ভৰ সেই পাত্ৰৰ ৰসত লাগিলত নলাৰ মাজৰ ৰস উঠি গল, পাচে বায়ুৰ ভাৰ কম হল সেই নলাৰ পৰা ৰস আকও নামি আহিল। সেই তৰিচেলি গিয়ানি মানুহ ইংৰাজি ১৬৪৭ সঁকত মিত্যু হল।

পাচে তেঁওৰ আৰ্হিকে চাই অনেক অনেক কল জুগুত কৰা হৈ তাৰ পাচে তলত দিয়া এই নকচাৰ দৰে চক্ৰ থকা এক জন্ত্ৰ সৃষ্টা হল। সেয়ে বহু কালৰে পৰা বেৱহাৰ কৰা হৈ আচে, এই হেতুকে এতিয়া তাৰে কিচু বাখ্যা কৰোঁ। চুঙ্গাৰ এটা নলাত পাৰা ৰসেৰে পুৰ কৰি আন ফালৰ মুখ বন্ধ কৰিব লাগে, আৰু সেই বন্ধ কৰা নলাৰ মুখটো বেঁকা কৰিব লাগে, কিন্তু সেই বেঁকা কৰা মুখ



মুকলি হৈএই থাকে। পাচে মুকলি হৈ থকা মুখৰ ফালে পাৰা ৰসৰ ওপৰত এটা সৰু লোৰ গুলিত জৰি লগাই দিএ, আৰু সেই জৰিৰ সি মুৰে সিটতকৈ অলপ সৰু তাৰৰ জোখেৰে আন এটা গুলি বন্ধা হই, এই জৰি কলৰ মাজতে চলে। এই কলত ঘঁটিৰ মুখৰ নিচিনা এটা পাত্ৰ, আৰু সেই কলতে লগা এটা বেজিও থাকে, পাচে চক্ৰত জি জি সৰু সৰু আঁক আচে, সেই আঁকৰ মাজতে বেজিটো চলি জাই। আৰু প্ৰতি আঁকতে কালৰ বিসেস গুন লিখা থাকে। এই নিমিত্তে জেতিয়া বৰখুন, ঘাম, বা বতাহ হব, সেই সকলোকে চক্ৰত থকা আঁকৰ দোআৰাই. বি-

সেই ৰূপে জানিব পাৰি। কিয়নো কাল জেনে হয়, সেই ৰূপে বেজিটো চলি জাই, তাতে জি দিনত বৰখুন হব, সেই দিনত বেজিটো আপোন ঠাইৰ পৰা বৰখুন জি আঁকত লিখা থাকে, সেই আঁকলৈকে জাই। আৰু জেতিয়া বতাহ, বা বদ, বা নিৰ্ম্মল দিন হয়, তেতিয়া সেই সেই আঁকলৈকে বেজিটো গৈ থাকে। তাতে কোন দিনত বৰখুন হব, কোন দিনত নিৰ্ম্মল দিন হব, তাকে বেজিৰ দোআৰাই সেই আটাই কালৰ চিন বুজিব পাৰি। বায়ু জেনে গধুৰ হয়, তেনেকৈ নলাৰ পৰা পাৰা বস উঠে আৰু বহেও। পাৰা জেনেকৈ বহে, তেনেকৈ তাৰ ওপৰত থকা গুলিও উঠে, নাইবা বহে। জেতিয়া পাৰা উঠে, তেতিয়া গুলি পৰে, আৰু জেতিয়া পাৰা নামে তেতিয়া গুলিও উঠে। তাতে পাৰা আৰু গুলি উঠি বহি থকাত জন্ত্র ঘুৰি থাকে, আৰু তাৰ ঘুৰনিতে বেজিও ঘুৰি দিনে দিনে কাল জেনে হব, তেনেকৈ তাৰ চিন দেখাই। এই ৰূপে বায়ু জেনে গধুৰ বা পাতল হয়, তাক বেজিৰ দোআৰাই উত্তম ৰূপে জানিব পাৰি।

পাচে ভৰিচেলিএ জেনেকুআ জন্ত্র সাজিচিল, সেই ৰূপ জন্ত্র এতিয়ালৈকে সাজি বেৱহাৰ কৰি আচে।

---

## চেতন হোআ।

**Be Awake.**

অৰ্থাত তোমাৰ জেতিয়া উচিত কৰম কৰিবলৈ আচে তাকে সকলো মনেৰে জতনকৈ কৰা; টোপনিৰে পুৰ হৈ চকু মেলিব নোঅৰা মানুহৰ নিচিনা ন হবা।

চেতনা হৈ থকাত কি প্রয়োজন, তুমি এনেকৈ সুধিচা নে?

তেন্তে ইয়াত লিখা চই কাৰন ভালকৈ বিবেচনা কৰি চোআ।

১ এয়ে সুখি হোআৰ উপাই। এজন প্রখ্যাত চাহাবে কৈচে, "মনুষ্য সুখৰ ঘাই গুপুত কাৰন জানিবলৈ মই বহু দিন জতন কৰিলোঁ, সেয়ে এই, কেতিয়াও একো ন কৰাকৈ নে থাকিবা।"

২ এই ৰূপে অধিক কৰিব পাৰি। কৰ্ম্মকাৰি মানুহবিলাকৰ অধিক আহৰি আচে, কিন্তু এলেহুআ মানুহ সকলোতে ধৰ হলেও, অতি অলপ কৰম কৰে; এয়ে অতি স্বৰূপ।

৩ এয়ে সন্তোস হোআৰ উপাই। এলেহুআবিলাক সদাই চঞ্চল আৰু অথিৰ। কৰ্ম্মকাৰি মানুহৰ নিদ্রা অতি সোআদ।

৪ এয়ে দুস্টৰ সঙ্গৰ পৰা ৰখা পথ। জেতিয়া তুমি এজুম এলেহুআ মানুহ অনৰ্থক ৰূপে কাল নিয়াবলৈ বাটৰ চুকে চুকে ফুৰি থকা দেখা, জানিবা জে সিহঁত কোনো ভাল কাৰনে ন হয়, আৰু সিহঁতৰ লগত মিল হলে একো লাভ নে পাই।

৫ জেয়ে এলেহুআ মানুহবোৰক পাপত পেলাবলৈ চল বিচাৰি ফুৰে, সেই চইতানক নিবাৰন কৰা উপাই এই।

৬ এয়ে সাস্ত্রে কোআ উপাই। "চই দিনত তোমাৰ সকলো কৰম কৰা; কৰ্ম্মত এলাহ ন কৰিবা; তোমাৰ হাতে কৰিবলৈ জি পাই তাকে তোমাৰ সকলো সক্তিৰে কৰা।"

---

## মুৰ্খক কিহেৰে জনা জাই।

চই কৰমৰ দোআৰাই মুৰ্খক জানিব পাৰি। ১ জাৰ কাৰন নো হোআকৈ খঙ, ২ অনৰ্থক কথা কোআ, ৩ কাৰন নো হোআকৈ কোনো কথা বা কৰম সলনি কৰা, ৪ অকাৰনে কোনো বিসই বা কৰমৰ কথা সুধি সুধি ফুৰা, ৫ অচিনাকিৰ ওপৰত বিশ্বাস ৰখা। ৬ মিত্রিৰ সত্রু চিনিব নোঅৰা, এয়েৰে মুৰ্খক জানিবা।

---

## পাপ সোমোআ দুআৰ।

অধিক পাপ চকুএ দিএই প্রবেস হয়, সেই পোনেহে চইতানে মনৰ ভিতৰত সোমাবলৈ জতন কৰে। চকুৰে সৈতে এই বিসয়ে কথা ন বন্ধাকৈ কোনো মানুহে কেতিয়াও নিৰাপদে থাকিব নোআৰে।



## ৰুপৰ পাঁচনি।

Silver Apostles.

অলিবেৰ ক্ৰমূএল নামেৰে এজন অতি ধৰ্ম-ৰক্ত অধিকাৰে ৰুমিয়া পাপা মতৰ ধৰম কোনো প্ৰকাৰে সহিব নোআৰিচিল। ইস্বৰক সেৱা কৰা ঘৰবিলাকত নকচা বা মুৰ্ত্তি বা পেৰেঙ্গ-বোৰেৰে ভূসিত কৰিবলৈ তেঁওৰ একো ইচা নাই কিচিল। এদিনা সেই মান্যৱন্ত ধৰমি অধিকাৰে এটা গিৰ্জা ঘৰত সোমাই দেৱালৰ চাৰিও ফালে বাৰত থোআ ৰুপৰ মুৰ্ত্তিবোৰ দেখি সুধিলে, এইবোৰ কি? লগৰ এজনে উত্তৰ দি কলে, বোলে, এইবোৰ প্ৰভুৰ বাৰে জন পাঁচনিৰ পুতলা হই। তাকে সুনি ক্ৰমূএলে কলে এইবোৰ নমাই দি ৰুপৰ মোহৰ কৰা, জেন সিবিলাকৰ প্ৰভুৰ দৰে সিবিলাকেও ঠায়ে ঠায়ে ফুৰি লোকৰ উপকাৰ কৰিব পাৰে।

## মহা সমুদ্ৰৰ জোখ।

Depth of the Ocean.

আটলান্তিক সাগৰ ৮৯৩৩ হাত দ, পাচিফিক মহা সাগৰ ১২০০০ হাত দ; চেইণ্ট হেলিনা উপদিপৰ পচিম ফালে ১৮৪০০ হাত দিঘল এনে এগচ গুনেৰে পানি জোখা হল, তথাপি তাৰ তল পোআ নাই। সেই দৰে পৰম ইস্বৰৰ স্ৰিষ্টি বস্তু আমি বুজিব নোআৰোঁ; কিন্তু জি পণ্ডিতবিলাকে অতি বুধি গিয়ান ধপে তেঁওৰ কৰমৰ বিসয়ে বিবেচনা কৰে, সিবিলাকে আচৰিত মানে, আৰু দায়ুদ ৰজাৰ বচনে সৈতে কই, "হে আমাৰ প্ৰভু পৰম ইস্বৰ, সকলো প্ৰিথিবিত তোমাৰ নাম কেনে আদৰনিয়!"

## অনেক দেসৰ সম্বাদ।

Journal of Events.

মাৰ্চ মাহৰ ২৬ তাৰিখত নগাঁও জিলাৰ চৰ আসিষ্টণ্ট শ্ৰীজুত ব্ৰম চাহাৰ মাউৰৰ দোআৰাই মিত্যু হল।

এপ্ৰিলৰ ৩ তাৰিখে নগাঁও জিলাৰে অতি মান্যৱন্ত শ্ৰীজুত বাবু সোমদত্ত সৰ্ম্মা বাৰ প্ৰধান সদৰ আমিনো একে ৰোগতে পৰলোকে প্ৰাপ্ত হল।

আমেৰিকা দেসৰ প্ৰেচিদেণ্ট, অৰ্থাত প্ৰধান দেসাধিকাৰ শ্ৰীজুত জেনেৰল পিয়ৰ্চ চাহাৰ তেঁওৰ পৰিয়ালে সৈতে এটা ৰেল বগত জাত্ৰা কৰিচিল; তাতে জি বগত তেঁওবিলাকে উঠিচিল, সেই বগৰ ধিলাই ৰেল বগৰ লোৰৰ পৰা এৰাই, এটা দ গৰাত পৰাত শ্ৰীজুত পিয়ৰ্চ চাহাবৰ আৰু মেম চাহাবৰ কোনো মতে প্ৰান ৰখ্যা পৰিল; কিন্তু তেঁওৰ জি একেটি বাৰে বচৰিয়া পুত্ৰ আচিল, তেঁওৰ গাত বৰ সিল এটা পৰিলত তেঁৰে মিত্যু হল।

বম্বাই দেসৰ পৰা ডক্তৰ ৰুদৰ চাহাবে জগনাথৰ বিসয়ৰ সম্বাদ লিখিচে, বোলে, প্ৰত্যেক বচৰত কুৰি হেজাৰ মান জাত্ৰিক জগনাথ দৰ্সন হবলৈ জাই, আৰু সিবিলাকৰ মাজৰে দহ হেজাৰ মান বগৰি বচৰি জাত্ৰা কৰা দুখতে মৰে। আৰু আনবিলাকে কই বোলে, জিবিলাকে পুৰিৰ ভিতৰত অৰ্থাত জগনাথৰ থানত মৰে, আৰু জিবিলাক অহা জোআ কৰোঁতে বাটতে মৰে, আৰু জিবিলাকে দৰ্সন হৈ আহি জাত্ৰাত দুখ পাই আপোন ঘৰত মৰেহি, সেই সকলো সংখ্যা কৰিলে প্ৰতি বচৰত কুৰি হেজাৰ মান হব।

শ্ৰীজুত পাদুৰি ব্ৰাওন চাহাবে মাৰ্চ মাহৰ ১২ তাৰিখত কলিকতাৰ পৰা লিখিচে। তেঁৱে ধকা ঠাইত এখন উত্তম চাপাখানা আচে; তাত হলে ২০০ মানুহ ৭।৮ বিধ বেলেগ ভাসাৰে আখৰ চাপিচে। সিবিলাকৰ ৯ টা চপা জন্ত্ৰ আচে। সেই চাপাখানাত বহুৰ প্ৰতি বহু গিয়ানৰ পুথি প্ৰকাস হৈ তাতে এই দেসৰ

সকলো লোকৰ উপকাৰ হৈছে । শ্ৰীযুত ব্ৰাওন চাহাবে আৰু লিখিছে, বোলে, "ইয়াতে থকা হিন্দু গিয়ানি লোকে আপোন আপোন হিন্দু ধৰম সঁচা বুলি একেৰিও নে মানে; মিচা বুলি জানিও তথাপি খ্ৰিষ্টিয়ান ন হই । সিবিলাকে কেৱল হিন্দু ধৰম এৰিলে, কিন্তু স্বৰূপ ধৰম ন ললে । উইল্চন চাহাবৰ জি বৰ ভোজনৰ ঘৰ, তালৈ নিতৌ গৈ সকলো বস্তু খাই । হাই হাই, হিন্দু ধৰম এৰিবলৈ ঢিল, কিন্তু স্বৰূপ ধৰম লবলৈ টান ।"

এই মাৰ্চ মাহৰ পৰা মাউৰ আমাৰ চাৰিও ফালে লাগি গৈচে । ৯ । ১০ জন দিনে দিনে মৰি গৈচে । প্ৰাই সকলো গাঁৱত মাউৰৰ দোআৰাই মানুহ মৰা বাত্ৰা পাইচোঁ, কিন্তু এতিয়া বৰধুন হোআত সেই ৰোগ কমিব বুলি আমি আসা কৰিচোঁ ।

ফ্ৰাঞ্চ দেসৰ অধিপতি লুই নাপলিয়ন বনাপাৰ্ট্ত তেঁওৰ ৰাজ্য সকলৰ আগত তেঁওৰ বিবাহৰ কথা জনাইচে । ইস্পানিয়া দেসৰ মাদাম দি মন্তিজচ নামে এটি কন্যাক বিবাহ কৰিবলৈ মন কৰিচে । তাতে ফ্ৰাঞ্চ দেসৰ কোনো কোনো প্ৰধান লোকে ভাল নে দেখে; কিন্তু অধিপতিএ বুলিচে, জি জনিক প্ৰেম কৰিচোঁ, এনে জনিক বিয়া কৰোআ মোলৈ আৰু ৰাজ্যলৈকো ভাল ।

লণ্ডন নগৰত আত্লাচ নামেৰে এখন সম্বাদ পত্ৰত জানুআৰি মাহত এই কথা প্ৰকাস কৰিচে, বোলে, থেহ্ দেসৰ চাহ্ অলপ দামত হলেও অধিকাকৈ ন চলে, কিন্তু আমাৰ অচম দেসৰ চাহ্ বহু দামলৈকে বেচা গৈচে । এই কথাতে জানিচোঁ আমাৰ দেসৰ চাহ্ উত্তম, আৰু চাহ্ গচৰ খেতিত অনেক লাভো হই ।

অষ্ট্ৰেলিয়া উপদিপত বহু সোন পোআ গৈচে । এই নিমিত্তে অনেক দেসৰ পৰা সোন খানিবলৈ মানুহ গৈচে । বিলাতৰ পৰা সেই অষ্ট্ৰেলিয়া উপদিপলৈ কল জাহাজ আৰু পাল তৰি জোআ জাহাজ সদাই গৈ আচে । জানুআৰি মাহত সেই সোনাময় উপদিপৰ পৰা কল জাহাজ এখন ৬১৪৬ সেৰ সোনৰ মাটি লণ্ডন নগৰলৈ আনিলে; সেই সোনৰ মাটি ৮০,০০,০০০ টকা ৰূপৰ মুলিয়া । সেই জাহাজত ৭৬ জাত্ৰিক লোক আচিলে; সিইতৰো হাতে ২০,০০০ টকা ৰূপ । এই দৰে এই ঠাইলৈ জোআ অনেক দৰিদ্ৰ লোক অতি বেগাই ধনৱন্ত হৈ জাই, কিন্তু সিবিলাকৰ বহু স্ৰম আচে ।

২৫ মাৰ্চ সুকুৰ বাৰৰ ৰাতি দুপৰ মানৰ সময়ত, কোঁঅৰপুৰ মৌজাৰ বতি নেওগ নামে এজন মানুহৰ ঘৰৰ ওচৰতে বান্ধি থোআ খুঁটিৰ মহৰ মাজত বজ্ৰপাত পৰি পাঁচ জনি মহ মৰিল । ৰাতি পুআ মহৰ গৰাকিএ দেখে জে পাঁচো জনি ঠৰ হৈ পৰি মৰি আচে; তাৰে এজনিৰ চকু এটা ওলাই নিলগত পৰি আচিল ।

## মেই, অৰ্থাত জেঠৰ পঞ্জিকা ।

Almanac for May, A. D. 1853. Sal. Sac 1775.

| মেই | বহাগ | বাৰ | তিথি | দিনমান | মেই | জেঠ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ১ | ২৪ | ১৩।২ | ১৭ | ৫ | ৩ | ৯ | ১৩।২২ |
| ২ | ২১ | ২ | ২৫ | ১৩।৩ | ১৮ | ৬ | ৪ | ১০ | ১৩।২৪ |
| ৩ | ২২ | ৩ | ২৬ | ১৩।৪ | ১৯ | ৭ | ৫ | ১১ | ১৩।২৫ |
| ৪ | ২৩ | ৪ | ২৭ | ১৩।৬ | ২০ | ৮ | ৬ | ১২ | ১৩।২৬ |
| ৫ | ২৪ | ৫ | ২৮ | ১৩।৭ | ২১ | ৯ | [illegible] | ১৩ | ১৩।২৭ |
| ৬ | ২৫ | ৬ | ২৮ | ১৩।৮ | | | | | |
| ৭ | ২৬ | ৭ | ২৯ | ১৩।১০ | ২২ | ১০ | ১ | ১৪ | ১৩।২৮ |
| | | | | . | ২৩ | ১১ | ২ | ১৬ | ১৩।২৮ |
| ৮ | ২৭ | ১ | ৩০ | ১৩।১১ | ২৪ | ১২ | ৩ | ১৭ | ১৩।২৯ |
| ৯ | ২৮ | ২ | ১ | ১৩।১২ | ২৫ | ১৩ | ৪ | ১৮ | ১৩।৩০ |
| ১০ | ২৯ | ৩ | ২ | ১৩।১৩ | ২৬ | ১৪ | ৫ | ১৯ | ১৩।৩১ |
| ১১ | ৩০ | ৪ | ৩ | ১৩।১৪ | ২৭ | ১৫ | ৬ | ২০ | ১৩।৩২ |
| ১২ | ৩১ | ৫ | ৪ | ১৩।১৬ | ২৮ | ১৬ | ৭ | ২১ | ১৩।৩৩ |
| ১৩ | ১ | ৬ | ৫ | ১৩।১৭ | | | | | |
| ১৪ | ২ | ৭ | ৬ | ১৩।১৮ | ২৯ | ১৭ | ১ | ২২ | ১৩।৩৪ |
| | | | | | ৩০ | ১৮ | ২ | ২৩ | ১৩।৩৫ |
| ১৫ | ৩ | ১ | ৭ | ১৩।২০ | ৩১ | ১৯ | ৩ | ২৪ | ১৩।৩৬ |
| ১৬ | ৪ | ২ | ৮ | ১৩।২১ | | | | | |

THE ORUNUDOI,

A MONTHLY MAGAZINE DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam.*

# অৰুনোদই

৮ বচৰ। মোং সিৱসাগৰ, মেই, ১৮৫৩। নম্বৰ ৫।

VOL. VIII. SIBSAGOR: MAY, 1853. NO. 5.

## টাইমচ্ নামেৰে সম্বাদ পত্ৰ চপা ঘৰ।

The Times Office.

ইংলণ্ড নগৰত টাইমচ্ নামেৰে এপ্ৰধান সম্বাদ পত্ৰ চপা হৈছে। জি জন্ত্ৰত সেই পত্ৰ চাপিছে, তাত সদাই প্ৰত্যেক ঘণ্টাতে ১০,০০০ বা ১২,০০০ হেজাৰ পত্ৰ চাপে। মানুহৰ হাতেৰে সেই জন্ত্ৰ চলোৱা ন হই, কিন্তু ভা-পৰ দোআৰাই কল নাৰৰ দৰেৰেহে চলোআ হৈছে।

কি জানি অৰুনোদই পৰ্হা লোক সকলে বুলিব, ইমান সৰহ পত্ৰৰ প্ৰয়োজন কি? কিন্তু সেই পত্ৰত সকলো দেস বিদেসৰ বাত্ৰা পাই, প্ৰাই সকলো লোকে তাক পৰ্হিবলৈ ইচা কৰে; আৰু ঘণ্টাই পতি ১০,০০০ পত্ৰ চাপিলেও জোৰাব নোআৰে। ৰাতি পুৱা চই সাত বজাত অনেক মানুহ জুমে জুমে সেই জন্ত্ৰ থকা ঘৰলৈ জাই, আৰু প্ৰতি জনে নিব পা-ৰে মানে সেই সম্বাদ পত্ৰবোৰ লৈ, চাৰিও ফালে গৈ, "মই ন বাত্ৰা আনিচোঁ," ইয়াকে ৰিক্সিয়াই কৈ বেচে; তাতে সিইতৰ জিবিকা হই। সেই কৰমৰ নকচা ইয়াতে দিয়া হৈছে।





## বিখোআনা নামেৰে এবিধ অসভ্য লোকে প্ৰথমে পুথি পাই আনন্দ কৰাৰ কথা ।

Joy of the Bichuanas on First Learning to Read.

আফ্ৰিকা দেশত বেলেগ বেলেগ বহু জাতি লোক থাকে, কিন্তু সেই দেশৰ মাজত নৈ, সৰোবৰ, আৰু আলি বাট নাই কিয়াত, তাৰ লোকবিলাকৰ কথা বাৰ্ত্তা এতিয়ালৈকে কেৱল অলপমানহে জনা হৈছে । অলপ বছৰৰ পৰা কোনো কোনো যাত্ৰিক আৰু মিস্যনেৰি-বিলাকে সিইঁতৰ হিত চিন্তি বহু শ্ৰম কৰি, আৰু অনেক সঙ্কটৰ মাজত থাকি, সেই এক্কাৰৰ দেশত ফুৰিছে, আৰু নিবাসো কৰিছে । বিখো-আনা নামেৰে অগিয়ানি, নিৰ্দয়া, আৰু অসভ্য এনে এবিধ মানুহ আফ্ৰিকা দেশৰ দখিন ভাগত থাকে । শ্ৰীযুত পাদুৰি মফাত চাহাবে কৈ-ছে, বোলে, যেতিয়া প্ৰথমে সিইঁতক পোআ গৈছিল, তেতিয়ালৈকে সিইঁতে পুথি দেখা নাই, আৰু লিখা পঢ়া বিদ্যাৰ কথা সুনাও নাই; আৰু সদ্য পুথিৰ ব্যৱহাৰ কৰা দেখা পাই বৰ আচৰিত গিয়ান কৰিছিল । দেশৰ মাজ ভা-গৰ পৰা এজন মানুহ এখন মফ গাঁৱলৈ আহি, হাতত পুথি থকা ইস্কুলত লিকোআ এনে ডেকা মানুহ কেইবোৰ লগ পালে, আৰু সি পুথি-বোৰ দেখি, সিইঁতে পঢ়া সুনি, বিচুৰ্ত্তি হৈ থিয় হৈ বৈ থাকি মনতে গুনিলে, সিইঁতে বা কি কৰি আছে? আৰু কিহত নো ইমানকৈ একে চবে চাইছে, এনেকৈ সুধি, পাছে, পুথিবোৰ আ-পুনি চুই চাই একো বুজ নে পাই কলে, বোলে, এনে বস্তুত কথা কৈ কৈ থকাত তইঁতক মূৰ্খ যেন জানিছোঁ । তাতে পঢ়াবিলাকে উত্তৰ দি কলে, বোলে, আমি পুথিত কথা কোআ নাই, কিন্তু পুথিয়েহে আমাত কথা কৈছে ।

সেই মানুহে আন এখান গাঁৱলৈ গৈ, কো-লাত সৰু লৰা লৈ থকা দুজনি তিৰোতাই লুকে লিখা সুভ বাৰ্ত্তা পঢ়ি থকা দেখিলে । আৰু সিইঁততো সুধিলে, বোলে, তইঁতে লুটিয়াই লুটিয়াই চাই থকাটো কি? এই নতুন কথা জি দেখিছোঁ ই নো কি? এইটো কিবা আহাৰ নে? সিইঁতে কলে ন হই; এয়ে ইশ্বৰৰ কথা । সি আকও সুধিলে, তেন্তে এইটে কথা কই নে? সিইঁতে কলে হই, মনতে কথা কই । তেতিয়া মানুহটে মুৰ জোকাৰি জোকাৰি এজন ৰজাৰ ঘৰলৈ গৈ, তেঁওৰ আগত এই সকলো নতুন কথা জনালে । কিন্তু দেখা, তাতে ৰজা-ৰো লৰাবিলাকে হাতত পুথি লৈ থকা দেখি-লে! তেতিয়া সি ৰজাৰ আগত নিবেদন কৰি কলে, হে পিত্ৰি, অনুগ্ৰহ কৰি মোৰ মনৰ চিন্তা গুচুআ; মোৰ চকু মুকলি কৰা, কিয-নো মই দেখি বুজিব নোআৰোঁ । তোমাৰ পুত্ৰাবিলাকৰ ওপৰত কি নো ঘটিল? সিইঁতে মাতিব নোআৰা বস্তু চাই, তাৰে সৈতে কথা হই ।

এই কথা সুনি ৰজাই উত্তৰ দি কলে, বো-লে, আহা, এই জি দেখি আচৰিত মানিছা, তাক মই তোমাক বুজাই দিওঁ । আমাক সিকাবলৈ জিবোৰ পুথি, আমাৰ সিধ্যকবিলা-কে আনিলে, সেয়ে এই । মানুহটে সুধিলে, বোলে, পুথিবোৰ সিধ্যকবিলাকে কৰা নে? ৰজাই বুলিলে ন হই, প্ৰথমে আমি এনে-কৈ ভাবিছিলোঁ, কিন্তু পাছে এই পুথিবোৰ জে ইশ্বৰে দিয়া এনে তাৰ প্ৰমান পালোঁ । মা-নুহটে আকও সুধিলে, বোলে, তাৰ কি প্ৰমান পালা? তেতিয়া ৰজাই উত্তৰ দি কলে, সেই পুথিবোৰে বেগতে মানুহবিলাকক ওলোটাই

পালটাই, নতুন ভাল মানুহ কৰে। মোৰ প্ৰজাবিলাকক বৰ বেলেগ কৰিলে। এই পুথিবোৰত এনে সক্তি দেখা পাই, তাক ইস্বৰে দিয়া পুথি বুলি প্ৰমান পালোঁ। সেই মানুহটে আচৰিত মানি আকও সুধিলে, বোলে, সিইতে পুথিবোৰ খাই নে? ৰজাই কলে, মুখেৰে নে খাই; কিন্তু মনত হলে খাই। তাতে মানুহটে বুলিলে, নো খোআ নো বোআ বাহিৰত থকা বস্তুত কেনেকৈ এনে সক্তি থাকিব পাৰে?

হে পৰ্হা সকল, তোমোলাকেও বিবেচনা কৰি চোআ। এনে অসভ্য অনেক লোকৰ মাজত ধৰম সাস্ত্ৰ চলিচে, আৰু জতে জতে অকপটেৰে তাক গ্ৰহন কৰা হৈচে, ততে ততে মানুহবিলাকক ভুলি, বৰ বেলেগ কৰিচে। লঙ্কা দিপৰ নিবাসি সকল আগেয়ে নিৰ্দয়া স্বভাবেৰে প্ৰাই ৰাখ্যসৰ নিচিনা আচিল; এতিয়া সেই পুথি সাস্ত্ৰ পাই, অগিয়ানৰ দ গাঁতৰ পৰা তোলা হৈ, বিদ্যাৱন্ত আৰু ধৰ্ম্মৱন্ত লোক হবলৈ ধৰিচে। প্ৰাই সকলো দেসত ধৰম সাস্ত্ৰৰ এনে সক্তি পোআ জাই। জি সাস্ত্ৰই কুমন গুচাই ধৰমলৈ টনাই, আৰু জি ধৰমে বেয়া মানুহকো ভাল কৰাই, সেই সাস্ত্ৰ, আৰু সেই ধৰমো নিচয়ে ইস্বৰে দিয়া সাস্ত্ৰ আৰু ধৰম হই; তাকে সেই বিখোআনাৰ ৰজাই দেখি বিস্বাস কৰিলে।

সেই বিখোআনা লোক বহু কাল অন্ধাৰত বহি, পাচে আপোন আপোন ভাসাৰে পুথি পাই পৰম উপকাৰ হেন মানি, আনন্দ মনেৰে সৰু বৰ প্ৰাই সকলোএ সিকিবলৈ ধৰিলে। ইস্বৰৰ সাস্ত্ৰ পুথি খুজিবলৈ ৫০ বা ৬০ ক্ৰোচ দূৰৈৰে পৰাও গোটেই পৰিয়ালে সৈতে কেতিয়াবা আহে; আৰু তাক পালে, আনন্দেৰে ক্ৰন্দন কৰি কৰি, সেই পুথি চকুৰ লোএৰেই তিয়াই। ম.

---

প্ৰভু খ্ৰিচুএ জগতত থাকোঁতে লোকবিলাকত কৈচিলে, তোমোলাকে ধৰম সাস্ত্ৰৰ কথা বিচাৰা; কিয়নো সেই কথাৰেই অনন্ত আয়ুস পাবা।

## অচম দেসৰ লোক সকলৰ প্ৰতি নিবেদন পত্ৰ।

Letter from an Assamese in Calcutta to his Countrymen

প্ৰিয় বন্ধু সকল,

সম্প্ৰতি আমাৰ দেসৰ লোক সকলে বিদ্যাক জেনে অনাদৰ কৰে, ইয়াক দেখি ভবিস্যত কালত ডেঁওবিলাকৰ জি হব, তাক চিন্তিব লাগিলে সৰিলো কম্পন হই। আমাৰ মহা উপকাৰি ইংৰাজি দেসাধিকাৰ সকলে ঠায়ে ঠায়ে পৰ্হা সালি পাতিলেও, তাহৈ অতি তাকৰ লোকেহে আপোনাৰ লৰা চোআলিক পঠিয়াই। জি কোনোএ লৰাক পৰ্হিবলৈ দিএ, সিও আখৰ চিনি সুন্দৰকৈ লিখিব পৰা হলেই মাক বাপেকৰ মনলি ধন আৰ্জ্জিবলৈ উপদেস পাই, সুদিপ্তিময় বিদ্যাৰ পৰ্বতত অলপ উঠিএই আকও নামি আহে। লৰা চোআলি দুইকো সমানে বিদ্যা সিকোআ, আৰু প্ৰতিপালন কৰা, বাপেক মাকৰ প্ৰধান কৰম; কিন্তু জি দেসত কেৱল লৰাকেই সম্পূৰ্ন ৰূপে বিদ্যা সিকিবলৈ নি দিএ, সেই দেসত জে চোআলিবোৰে বিদ্যা সিকি সৰু কালত মাক বাপেকক আৰু গাভৰু হলে আপোনাৰ স্বামিএ সৈতে সদাই সৎ কথাৰ আলোচনা কৰিব, আৰু সন্তান সন্ততি হলেও সিইতক সিকাব বুজাব এনে সম্ভাৱেই নাই। লৰা কি চোআলি দুয়োৰো বিদ্যা সিকা উচিত, আৰু সাস্ত্ৰতো ইয়াৰ বিধান আচে। কিন্তু ভাৰত বৰ্সৰ লোক সকলে এটা মিচা কুজসৰ পৰা চোআলিবিলাকক পৰ্হিবলৈ নি দিএ। তথাপি এতিয়া সেই কুজস হোআৰ অনৰ্থক ভাবনা জত জত গুচিচে, সেই সেই ঠাইৰ লৰা চোআলি দুয়ো সমানে বিদ্যা সিকিচে। এতেকে আমিও ভাৰসা কৰোঁ; আমাৰ দেসৰ পৰাও জেন সেই কুসংস্কাৰ দূৰ কৰি সকলোএ বিদ্যা সিকিবলৈ জতন কৰে।

আমাৰ এই দেসত ইংৰাজি সকলে জিবোৰ পৰ্হা সালি পাতিচে, তাত আমাৰ দেসত লৰাই পৰ্হিব লগিয়া ভাল পুথি অতি তাকৰ দেখি, বঙ্গালি ভাসাৰ পুথি পৰ্হিবলৈ দিচে। বঙ্গাল দেসতো আগেয়ে ভাল পুথি

ন থকাত, ঠায়ে ঠায়ে ইংৰাজি পৰ্হা সালি পাতি ইংৰাজি ভাসা সিকাইচিল, কিন্তু এতিয়া বঙ্গালি লোক সকলে আপোনাৰ দেসৰ উপকাৰলৈ নানা ভাসা পৰ্হি, নানা বিধ পুথি ৰচি, বঙ্গালি ভাসাক সুঅনি কৰিবলৈ পৰম জতন কৰাত ক্ৰমে ক্ৰমে সভ্যতা বাৰ্হিব লাগিচে। এতেকে হে আমাৰ দেসৰ লোক সকল, উঠা; লৰা চোআলিক বিদ্যা সিকোআ হৈ, জেনেকৈ সিইতে ইহকালত পৰকালত সুখে থাকিব, এনে জতন কৰা; আৰু দেসৰ জেনেকৈ উপকাৰ হব, দেসৰ ভাসা জেনেকৈ ব্ৰিধি হৈ আটাইৰে আদৰনিয় হব, তাৰ্লৈ জতন কৰা। আমাৰ দেসত জেনে কোনোএ কোনোএ বঙ্গালি বিদ্যাক আদৰ কৰে, বঙ্গালি লোকেও আগেয়ে ইংৰাজিক বিসেস আদৰ কৰিচিল; কিন্তু এতিয়া বঙ্গালি লোক সকলৰ জতনত সেই ভাসা ভাল হোআত আটায়ে সুধা কৰিব ধৰিচে। জদি কোআ, আমাৰ দেসত ভাল পুথি নাই, তেন্তে কঁও সুনা, সৰহ পৰ্হিলে সুনিলে আপুনি তাৰ মুল কাৰন জানিব পাৰিবা। ভাৰত বৰ্স আদি দেসত জিমান ভাসা আচে, সকলোৰে মুল সংস্কৃত; এতেকে তাৰ কথা আমাৰ ভাসাত দি পুথি ৰচনা কৰা বৰ নিন্দনিয় ন হই, কিন্তু একো ন থকাহে বৰ নিন্দনিয়।

হে আমাৰ দেসি প্ৰিয় লোক সকল, পৰ্হি সুনি দেসৰ উপকাৰ হবৰ নিমিত্তে সংস্কৃত বিদ্যাক সাথুটি লৈ পুথি ৰচিবলৈ ধৰা, আৰু ই জনে সি জনক সহাই দিয়া, আৰু দেসৰ ভাসা ব্ৰিধি কৰিবলৈ জতন কৰা। জেনেকৈ আমাৰ ঘৰত কঠিয়া নে থাকিলে, অন্যৰ পৰা কিনি বা ধাৰলৈ আনি খেতি কৰা জাই; জেনেকৈ সৰহ গচ গচনি, ফুল, লতা থকা ঠাইৰ পৰা গচ আনি আমি মনোনিতকৈ ফুল বাৰি পাঁতো; জেনেকৈ নৈৰ পৰা পানি আনি পুখুৰি ভৰোআ জাই, সেই দৰে ইংৰাজি, সংস্কৃত আদি ভাল ভাল ভাসা পৰ্হি, তাৰ ভাল ভাল কথা দি, অচমিয়া ভাসা ব্ৰিধি কৰিবলৈ জতন কৰা। আমাৰ দেসৰ কোনো এজন লোকে দেসৰ অবিদ্যা দেখিব নোআৰি, "অসমিয়া লৰাৰ মিত্ৰ," এনে নামেৰে দুই এক পুথি ৰচি ভাল ভাল পুথি ৰচিবলৈ প্ৰতিশ্ৰুত কৰিচিল; কিন্তু তেঁওক কোনেও উচাহ নি দিয়াৰ হেতুকে এতিয়া তেঁও পুথি ৰচিবলৈ এৰিচে। সেই পুথিৰ দৰে আমাৰ দেসত অন্য ভাল পুথি নাই; আৰু তাৰ সোআদ জি এবেলি আগৰ পৰা গুৰিলৈকে মন দি পৰ্হিচে, সিএহে বুজিব পাৰিচে; অন্যে কেনেকৈ বুজিব? জি ইংৰাজি ভাসা এতিয়া সকলো ভাসাতকৈ প্ৰধান হৈচে, অনেক বিধ গিয়ান বৰ্হাৰ পৰা পুথি আচে, সিও আগেয়ে অনাদৰনিয় আচিল; কিন্তু দেসৰ লোক সকলৰ মনত সি এতিয়া এক প্ৰধান ভাসা হৈচে। হে অচমিয়া লোক সকল, মই জি সকল কথা লিখিলোঁ, ইয়াক গুনি চাই, জেনেকৈ দেসৰ উপকাৰ হব, আৰু বিদ্যাও আদৰনিয় হব, এনে জতন কৰা। ইতি।

কলিকতা, ২১ মাৰ্চ, সন ১৮৫৩।

কলিকতা নগৰত থকা অসমোলাকৰ বন্ধু এজন অচমিয়া লোক।

---

**To the Readers of the Orunudol.**

☞ জি জি লোকে আমাৰ অৰুনোদই সম্বাদ পত্ৰৰ ভিতৰত কোনো কথা চাপিবলৈ পঠাব খোজে, সিবিলাকক এই নিবেদন কৰোঁ; কলিকতাৰ পৰা জি জনে আমালৈ পত্ৰ লিখি পঠাইচে, ওপৰত চপা সেই পত্ৰৰ দৰে সুধ আৰু উত্তম কথা লিখিব; তেহে পৰ্হা লোকৰ মনত মধু ৰূপ স্বাদ লাগি, মনক ত্ৰিপ্তি কৰিব পাৰে। উত্তম কথাৰে নি লিখিলে, তাৰ অসুধ গুচাওতেই আমাৰ প্ৰায়ে কাল জাই। আৰু জিহতে লিখকবিলাকে আপোন দেসৰ মানুহৰ উপকাৰ কৰিব পাৰে, এনে উত্তম কথা লিখি, তাকৰ মাচুল দি পঠালে, অৰুনোদইত চপা হব। "অসমিয়া লৰাৰ মিত্ৰ," এনে নামেৰে পুথি ৰচনা কৰা শ্ৰীজুত আনন্দিৰাম ফুকনে আৰু পুথি ৰচনা কৰিবলৈ এৰা কথা সুনাত, আমি অসন্তোস পাইচোঁ; কিন্তু তেঁৱে আৰু অচম দেসৰ আন আন গিয়ানি লোকেও জেন একে চিত্তে দেসৰ উপকাৰ কৰিবলৈ উদ্যোগি হব, ইয়াকে আমি নিবেদন কৰিচোঁ।

## য়োচেফ মিচৰ দেসৰ অধিকাৰ হোআ।

Lesson XVI.—Joseph the Lord of Egypt.

মোৰ প্ৰিয় লৰাবিলাক, য়োচেফ কেনে ৰূপে এজন মহা ৰজাৰ দৰে হল, ইয়াক তোমোলাকে সুনিলা। ৰজাই সপোন দেখাৰ পাচে সেই কেই বচৰত ভালেমান সহ বাৰ্হি অত্যন্দি হল, কিন্তু তাৰ পাচে প্ৰাই একো সহ ন হল। মানুহবিলাকে দুখ পাই কাৰৌ ৰজাৰ আগত আহি কলে, আমাৰ একো খাবলৈ নাই, আমি এতিয়া ভোকতে মৰিম। তেতিয়া কাৰৌএ কলে, য়োচেফৰ ওলৈ গৈ খোজা; তেঁওহে তোমোলাকক উপকাৰ কৰিব পাৰিব। তাতে মানুহবিলাকে গৈ, য়ো···কক খোজাত, তেঁও সহৰ গুটিৰে পূৰ হোআ ভঁৰালবিলাক মেলি, মানুহবিলাকত বেচিবলৈ ধৰিলে। সিবিলাকে ধন আৰু সোণোজা লৈ আহে, পাচে য়োচেফে সেই ধন লৈ সিবিলাকৰ জোলোঙা ভৰাই পঠাই দিএ। অনেক অনেক মানুহ সহ কিনিবলৈ আহিচিলে। কোনো কোনো বহু দুৰৈৰ পৰাও আহে; তথাপি য়োচেফে সিবিলাক আটাইকে দিব পাৰিচিলে।

জিবিলাক মানুহ আহিচিল, সিবিলাকৰ মাজত বহু দুৰৈৰ পৰা অহা দহ জন মানুহ আচিলে। সিবিলাক প্ৰত্যেক জনৰে এটা এটা গাধ, আৰু তাৰ ওপৰতে জোলোঙা, আৰু হাতত ৰূপ আনিচিলে। এই দহ জন কোন তোমোলাকে কি বুলি ভাবিচা? সিবিলাক য়োচেফৰ ভায়েক। য়োচেফ সিবিলাকক একুৰি বচৰলৈকে নে দেখি থকাতো, তেও দেখিলতেই চিনি পালে। সেই নিৰ্দয়ালু ভায়েকবিলাকেই তেঁওক একুৰি ৰূপলৈ বেচিচিল। ইয়াকে জানি তেঁওৰ ইচা হোআ হলে সিবিলাকক সাস্তি বা বন্দিহতকেই আগ্যা দি বধ কৰাব পাৰিলেহেঁতেন। য়োচেফে তেঁওৰ ভায়েকবিলাকক দায়া কৰিব বুলি ভাবিচা নে? তোমোলাকে থকা হলে সিবিলাকক সাস্তি দিলাহেঁতেন নে? তেঁও সিবিলাকলৈ কেনে ৰূপ আচৰন কৰিব তাক তোমোলাকে এতিয়া চাবা।

ভায়েকবিলাকে য়োচেফ এজন মহা অধিকাৰ বুলি ভাবিচিলে, আৰু সিবিলাকে তেওক আগেএ দেখাৰ একো ভাবনা নাইকিচিল, কাৰন তেঁও সুন্দৰ মিহি কাপৰ পিন্ধিচিল, আৰু ডাঙৰো হলহি, আৰু তেঁওক ৰজাই দিয়া আন নামো হৈচিল।

এই হেতুকে ভায়েকবিলাকে তেঁওক দেখিলতেই মাটিত পৰি প্ৰনাম কৰিলে। তেতিয়াই য়োচেফে তেঁওৰ সপোন দেখাৰ কথা মনত পৰি, জানিলে জে ইশ্বৰেহে তাক সত্য কৰালে।

য়োচেফে তেঁওৰ ভায়েকবিলাকক খেমা কৰিবলৈ জুগুত হৈ আচিলে; কিন্তু প্ৰথমে সিবিলাকৰ অপৰাধৰ নিমিত্তে অসন্তোস পাইচে নে নাই পোআ, আৰু সিবিলাকৰ পিত্ৰিকে, সৰু ভায়েক বেনিয়ামিনকে প্ৰেম কৰিচে নে নাই কৰা, ইয়াকে তেঁও চাব খুজিচিলে। তেঁও কোন, ইয়াক য়োচেফে সিবিলাকত কোআ নাই, আৰু তেঁও সিবিলাকক নিৰ্দায়ালু ভাও দেখাই, টান কথা কৈ বুলিলে, তইত কৰ পৰা আহিচ?

সিবিলাকে কলে, আমি কিনানৰ পৰা সহ কিনিবৰ নিমিত্তে আহিচোঁ। কিন্তু য়োচেফে কলে, তইঁতে সঁচা কথা কৈচ বুলি মই পতিয়াব নোআৰোঁ। তইঁতে এই দেস চাবলৈ আহিচইক; আৰু কোনো ৰজাক চিপাহিএ সৈতে আনি ৰন কৰিবলৈ মন কৰিচ; সেই কাৰনে এই দেস চাবলৈ আহিচ।

সিবিলাকে কলে, স্বৰূপেই সেইটো ন হই, আমি দহ জন দুখিয়া ভাই ককাই ইও, আৰু আমি সহ কিনিবৰ নিমিত্তেহে আহিচোঁ।

কিন্তু য়োচেফে কলে, তইঁতে জি কৈচ তাক মই পতিয়াব নোআৰোঁ। তেতিয়া য়োচেফৰ ভায়েকইঁতে উত্তৰ দি বুলিলে, আমি আটাইটি ভাই ককাই, আৰু আগেএ আমি বাৰে জন আচিলোঁ, কিন্তু তাৰে এটা মৰিল, আৰু সৰুটি আমাৰ বুৰা পিত্ৰিৰ লগতে আচে। সিবিলাকে তেঁওক বিশ্বাস কৰাবলৈহে এই কথা কৈচিলে, কিন্তু তেঁও ন পতিয়ালে; অৰ্থাত তেঁও সিবিলাকক ন পতিওআ ভাও কেন দেখালে।

পাচে য়োচেফে কলে, মই তোমোলাকৰ সহ

তাৱাক দেখিব লাগে। মই তোমোলাকৰ এজনক তাক আনিবলৈ পঠাঁও, আৰু সি তাক নানে মানলৈকে, মই তোমোলাকক বন্দি কৰি ৰাখিম।

তেতিয়া ভায়েকবিলাকে এই কথা সুনি বৰ বিস্মই মানিলে; কিয়নো সিবিলাকৰ পিত্রিএ বেনিয়ামিনক কি জানি কৰত্রাত বধ কৰিবগৈ, এই ভয়ত এৰি নি দিব, ইয়াক সিবিলাকে জানিছিল। এই নিমিত্তে কোনো এজনেও তাক মই আনিমগৈ বুলি মান্তি ন হল।

য়োচেফে সিবিলাকক তিন দিনলৈকে বন্দিসালত বন্দি কৰি ৰাখিলে। আৰু সিবিলাকক বন্দিকৈ ৰাখোতে, য়োচেফলৈ কৰা অধৰম কৰমৰ বিসয়ে ভাবিবলৈ সিবিলাকে সমই পাইছিলে।

জেতিয়া মানুহবোৰক বন্ধ কৰি থোৱা হই, তেতিয়া সিহঁতে ভাবিবলৈ, আৰু প্রাৰ্থনা কৰিবলৈও সমই পাই।

মোৰ প্রিয় সৰা চোৱালিবিলাক, তোমোলাক জেতিয়া এক সান্তিৰ ঘৰে বন্ধ হৈ থাকা, তেতিয়া তোমোলাকে ভাল হবলৈ ইশ্বৰৰ আগত প্রাৰ্থনা কৰা, মই এনে আসা কৰিচো। য়োচেফে সিবিলাকক কি কৰিব, ইয়াক ন জনাত ভায়েকবিলাকে বৰ বিস্মই মানিলে।

পাচে য়োচেফ বন্দিসাললৈ আহি সিবিলাকত কলে বোলে, ইশ্বৰলৈ ভই কৰোঁ, এই কৰম কৰাইক, তাতে তোমোলাকে ৰখ্যা পাবা।

জেতিয়া সিবিলাকে তেঁওক ইশ্বৰলৈ ভই কৰোঁ বোলা সুনিলে, তেতিয়া ভায়েকবিলাকে কেনে আনন্দ আৰু বিস্মই মনা আছিল, কিয়নো তাত থকা আটাই লোকে দেওপুজক হৈ মুৰ্ত্তিক সেৱা কৰে।

য়োচেফে সিবিল্লাকত কলে, মই কেৱল তোমোলাকৰ এজনহে ৰাখোঁ, আনবিলাকে ঘৰলৈ সহ লৈ জাওক; কিন্তু তোমোলাকে উভতি আহিবৰ সময়ত, সৰু ভাঁয়াকো লগত লৈ আহিবা; তোমোলাকেহে জদি তাক নানা, তেন্তে মই তোমোলাকে ৰুকপ কথা কলা বুলি পতিয়াব নোৱাৰোঁ; কিন্তু তাক আনিলে মই পতিয়াম।

ভায়েকবিলাকে উভতি জাবগৈ পাৰিব, তাকে সিবিলাকে ভাবি আনন্দ কৰিলে, তথাপি সিবিলাকৰ এজনক ৰখাৰ নিমিত্তে অসন্তোস পাইছিলে। য়োচেফলৈ কৰা অধৰম কৰমৰ বিসয়ে সিবিলাকৰ মনত পৰি, ইটে সিটে কোৱা কুই কৰিব ধৰিলে, বোলে, আমি ভাৰৈ জি আচৰন কৰিছিলোঁ, সেয়ে বৰ অনুচিত আছিলে; কিয়নো তাক মুকলি কৰিবলৈ সি আমাক কিমান কাবৌ কাকুটি কৰিছিলে, তেও আমি তাক মুকলি ন কৰিলোঁ; সেই কাৰনে ইশ্বৰে এতিয়া আমাক সাস্তি দিচে।

সিবিলাকক এই কথা কোৱা সুনি, য়োচেফৰ গালে দি চকুৰ লো বৈ বৈ জোৱাত, সেই খোটালিৰ পৰা বাহিৰ হৈ আন ঠাইত কান্দিলেগৈ। সিবিলাকক অসন্তোস মনেৰে থকা দেখি তেঁও ভাল নে পাইছিলে; কিন্তু সিবিলাকৰ বেনিয়ামিনলৈকে আৰু বাপেকলৈকে মৰম আচে নে নাই, আৰু জি জি কৰিছিলে তাৰ নিমিত্তেও মনত খেদ পাইচে নে নাই পোৱা, ইয়াকেহে তেঁও বিচাৰি উলিয়াব খুজিছিলে, তাক তোমোলাকে জানা।

পাচে য়োচেফ আহি সিবিলাকৰ মাজৰে পৰা চিমিওন নামেৰে এজনক ধৰি, সিবিলাকে সৰু ভায়েকক নানে মানলৈকে তাক বন্দিসালত ৰাখিবলৈ কলে। এই নিমিত্তে সিবিলাকে চাই থাকোঁতেই য়োচেফে তাক বান্ধিলে।

আগেয়ে সিবিলাকে জি ৰুপে য়োচেফক বান্ধি লোকৰ দাস হবলৈ বেচিছিলে, সেই ৰুপে এতিয়া সিবিলাকৰো সোঁঅৰাব উচিত আছিলে।

চিমিওনক বন্দিসালত অকলেই এৰা হল, আৰু তেঁওৰ ভায়েকবিলাক কেতিয়া আহিব, বা কেতিয়া তেঁওক বন্দিসালৰ পৰা মুকলি কৰিব, ইয়াক তেঁও নে জানিলে।

ভায়েকবিলাক ঘৰলৈ জোৱাৰ আগেয়ে য়োচেফে তেঁওৰ বন্দিত কালে, বোলে, সহেৰে সি-

বিলাকৰ জোলোঙ্গা ভৰাই দিওতেই সিবিলাকৰ ধনকো ওলোটাই দিবি, আৰু বাটত খাবৰ কাৰণে কিছু সমলো দি পঠাবি । য়োচেফৰ দুখিয়া ভায়েকবিলাকে বাটত খাবৰ কাৰণে কিবা দি পঠাবলৈকো তেঁও ইচা কৰিছিলে; আৰু বান্দিয়েও য়োচেফে কোআৰ দৰেই কৰিলে; কিন্তু বন্দিএ কি কৰিছিলে তাক ভায়েকবিলাকে নে জানিলে ।

সিবিলাকৰ পিত্ৰি, আৰু সৰু লৰা চোআলিটিইতে পাবলৈ জি এৰি গৈছিলে, তাকে প্ৰাই ঢুকুআত, মিচৰৰ পৰা উলটি অহা দেখিবলৈ সিবিলাকে কেনে আনন্দ পাইছিলে!

সিবিলাক আহিলত, জি জি হৈছিলে সেই আটাইকে সিবিলাকৰ পিত্ৰিৰ আগত কলে, বোলে, জি সহ বেচে এনে এজন মহা অধিকাৰ আচে; আৰু তেঁও আমাক বৰ টৈঙ্গা কথা কৈ, আমি সহ কিনিবলৈ অহা নাই বুলি কৈছিলে; কিন্তু আমি মানুহবিলাকে লৈতে বন কৰিবৰ নিমিত্তে দেস চাবলৈহে আহিছোঁ, তেঁও এনেকৈ আমাক চৰাৰ বুলিছিলে । তেতিয়া আমি তেঁওত কলোঁ আমি চৰিয়া ন হঁও, কিন্তু আমি বাৰে ভাই ককাই আচিলোঁ, আমাৰ মাজৰ এজন মৰিল, আৰু এজন কিনান দেসত আমাৰ পিত্ৰিৰ লগতে আচে । কিন্তু সেই অধিকাৰে আমাক ন পতিয়ালে, আৰু আমি আমাৰ সৰু ভাইক আমাৰ লগতে নিব লাগে বুলি কলে; আৰু তেঁও চিমিওনক বন্দিসালত থৈ কলে, বোলে, আমাৰ লগত আমি বেনিয়ামিনক নি নিঁও মানলৈকে তেঁও তাক এৰি নি দিএ ।

বুঢ়া বাপেক য়াকুবে এই সকলোকে সুনি বৰ অসন্তোস পালে । তাৰ পাচে ভায়েকবিলাকে সৰুৰ জোলোঙ্গা মেলি চাই, তাৰ ওপৰতে ধন থকা দেখি বৰ বিস্মই মানিলে; কিন্তু সিবিলাক তাত্ৰ সন্তোস ন হল; সিবিলাকে ভাবিলে যে কোনোবা এজনে নিৰ্দ্দয়া ৰূপে সিবিলাকলৈ এনে কৰ্ম্ম কৰিলে; আৰু সিবিলাকে আকও তেতিয়া মিচৰ দেসলৈ জাই, তেতিয়া সিবিলাকে চুৰ কৰাৰ ললনি সাস্তি পোআ হব; ইয়াকে ভাবি সিবিলাক বৰ ভয়াতুৰ হল ।

সিবিলাকে এই ধন চুৰ কৰা নাই; কিন্তু সিবিলাকে আগেএ এবেলি য়োচেফক চুৰ কৰি একুৰি ৰুপলৈ বেচাৰ কাৰণে চোৰ হল; আৰু ইস্বৰে সিবিলাকক চোৰ বুলি জানিলে । সিবিলাক মিচৰ দেসলৈ আকও উভতি গৈ, মহা ৰজাক দেখিবলৈ অধিক ভই কৰিছিলে; তেও সিবিলাকৰ তালৈ জাবলৈ বৰ প্ৰয়োজন আচিল, কাৰন সিবিলাকে অলপমান সহ মাথোন আনিছিলে, আৰু মাটেও; এই হেতুকে আৰু সহৰ প্ৰয়োজন আচিলে; আৰু সিবিলাক মিচৰ দেসলৈ ন গলেও, দুখিয়া চিমিওন বন্দিসালতে পৰি থাকিব ।

সিবিলাকে এতিয়া য়াকুবক কি বুধি দি বেনিয়ামিনক নিব পাৰিব? কিয়নো য়াকুবে বোলে, মই তোমোলাকত বিস্বাস কৰিব নোআৰোঁ, কি জানি তালৈকো কোনো আপদ ঘটিব । তোমোলাকে য়োচেফ আৰু চিমিওনক লৈ গলা আৰু সিইত নাই; এতিয়া মই জদি তোমোলাকৰ লগত তাকো পঠাঁও, তেন্তে তোমোলাকে তাক মোলৈ কেতিয়াও ওতোতাই নানিবা । তালৈহে জদি কিবা আপদ ঘটে, তেন্তে তোমোলাকে মোৰ এই পকা চুলিবোৰ সোকতে পৰলোকলৈ পঠাবা । য়াকুবে তেঁওক ইমান অধিক প্ৰেম কৰিছিলে, জে সিবিলাকেহে জদি তেঁওক কিবা কৰে, তেন্তে তেঁওৰ মন দুখেৰে পুৰ হব ।

এই নিমিত্তে বেনিয়ামিন ন হলে ভায়েকবিলাকে মিচৰ দেসলৈ জোআ অনৰ্থক, ইয়াকে জানি সিবিলাক কিনানতে থাকিব লগিয়া হল । সিবিলাক এতিয়া কেনে দুৰ্ঘটনাৰ মাজত পৰিচে! সিবিলাকৰ অধৰমৰ কাৰনে ইস্বৰে সাস্তি দিচে । ক.





## আৰিকাৰি চৰাইৰ বিবৰণ।

The Curl crested Aricari.

দখিন আমেৰিকা দেশৰ আমাজন নৈৰ পাৰৰ বন্য ঠাইবিলাকত আৰিকাৰি নামেৰে অতি চিকন এবিধ চৰাই থাকে। এই আৰিকাৰি চৰাইৰ ঠোঁট দেখিবলৈ অতি সুন্দৰ; দুই দাঁতিএ কাচি দৰিয়াৰ নিচিনা; ঠোঁটৰ ওপৰ কাল অলপ হালধিয়া বৰন; তাৰ দুই দাঁতিএ কলা নিল বৰনৰ আঁক দুটা দেখা জাই। নাকুটো এটা বগা আঁকে মেৰাই আছে; আৰু ঠোঁটৰ তল কালৰ আগ তোখৰ অলপ হালধিয়া; ই তোখৰ বগা বৰন।

ঠোঁটৰ গুৰিতে সৰু বৰনৰ চিক মিকাই থকা এটা আঁকে মেৰাই আছে। মূৰটো অলপ কোঁচ খাই থাকে; কোনো বস্তুৰ সাজি দিয়া পাখিৰ নিচিনা মূৰত সৰু সৰু পাখিবিলাকেৰে ভুসিত, তাৰ বৰন অতি সুন্দৰ, নির্ম্মল, তিৰবিৰাই থকা কলা। মূৰৰ পাচ ভোখৰ, আৰু কান্দৰ গুৰি ভোখৰ ৰঙ্গা ঘোৰ বৰন। বুকু ভোখৰ হালধিয়া. তাৰ ওপৰে দি ঠায়ে ঠায়ে অর্দ্ধ চন্দ্ৰৰ নিচিনা ৰঙ্গা বৰনিয়া আঁকবোৰ দেখা জাই।

পিঠি, কান্দ, আৰু বুকু কাল কল পতিয়া বৰন। ডেউকা দুটাৰ মেঘৰ নিচিনা বৰন, ঠেঙ্গৰ বৰন সিহৰ নিচিনা।

এই মনোহৰ সুন্দৰ চৰাইৰ গাটো, ঠোঁটৰে পৰা কান্দৰ আগলৈকে মুঠে এহাত দিঘল; তাৰ মাজতে কান্দ তাৰ ৭।। আঙ্গুল, ঠোঁট ৫। আঙ্গুল, ডিঙ্গিৰে পৰা গাটো ২।। আঙ্গুল, আৰু ইইঁতে জাক পাতি পাতি থাকেও ফুৰেও।

---

## দুখিয়া লোকক দায়া কৰা।

**Duty and Reward of Kindness to the Poor.**

ফ্লোৰেঞ্চ নগৰত ইতালি দেসত কুলিন বংস্ত জনমা ফ্রান্সিচ ফ্রেচকোবল নামে মুদৈ এটা আছিল। তেঁওৰ অনেক বিসই থকাত তেঁও দুখিয়াক সদাই দান দিএ, আৰু তেঁও সেই দান কৰা অপ্ৰকাস হবলৈ অনেক চেষ্টা কৰিলে, তথাপি নোআৰিলে; কোনো এদিনত বিদেসি এজন আহি তেঁওত উপকাৰ খুজিলে। তাতে ফ্ৰেচকোবলে তাৰ ফটা কাপৰ দেখি মৰম লাগি সুধিলে; তুমি কোন, আৰু কোন দেসত থাকা? তাতে সেই বিদেসি জনে উত্তৰ কৰিলে, মহাচই ইংলণ্ডত থাকোঁ; মোৰ নাম তামচ ক্রমুএল; মই এজন নোম কটিয়াৰ জোআয়েক; মই প্ৰতি পালন হবৰ নিমিত্তে ফ্ৰান্স দেসৰ চিপাহিবিলাকৰ লগত আহিলোঁ; সিইতে গেৰিলিএন নামে এঠাইত ৰন কৰি হাৰিলত, মই সেই ঠাইতে দাসবো দাস হৈ টুপি সজিয়া হলোঁ। ফ্ৰেচকোবলে ইংলণ্ডৰ মানুহক বৰ মৰম কৰা হেতুকে, তালৈ মৰম লাগি উত্তম কাপৰ পিন্ধাই, জিমান দিন থাকে সিমান দিন আপোনাৰ ঘৰত ৰাখি, পাচে ক্রমুএলে জাবলৈ তেঁওক সুধিলে। তাতে ফ্ৰেচকোবলে তেঁওক এটা ঘোঁৰাত তুলি, হাতত ১৬ টা সোনৰ মোহৰ দি বিদাই দিলে। ক্রমুএলে অতি সন্তোস হৈ ইংলণ্ড দেসলৈ গল, আৰু সেই ঠাই পালত কাৰ্ডিনেল্ উলচি নামেৰে এজন প্ৰধান অধিকাৰৰ লগত কাম পালে। পাচে সেই অধিকাৰ মৰিলত, তেঁও অষ্টম হেনৰি ৰজাৰ এনেহে প্ৰিয় পাত্ৰ হল, জে তেঁও তাক এটা প্ৰধান নাম আৰু কাম দিলে।

ক্রমুএলে এই ৰূপে অতি বৰ পদ পাই সেসত ইংলণ্ডৰ প্ৰধান বিচাৰ কর্ত্তা হল। ক্রমুএলে বেগাই সুখ পালে; কিন্তু ফ্রেচকোবলৰ আপোনাৰ বিসই গুচিলত সেসত অতি দৰিদ্ৰ হৈ গল। তেঁও ক্রমুএলক উপকাৰ কৰা কথাত মন ন কৰি, তেঁওৰ জি ১৫০০ সোনৰ মোহৰ ধাৰে কেতবিলাক ইংলণ্ডৰ মুদৈএ নিচে, তাকেহে পাবৰ নিমিত্তে লণ্ডন নগৰলৈ গল। পাচে তেঁও সেই ঠাই পাই থকআক বিচাৰি ফুৰোঁতে, সুভাগ্য ক্রমে মহা মহিম ক্রমুএলক দেখা পালে। তেঁও সেই ঠাইৰ ৰাজ ঘৰলৈ গৈচিলে আৰু সেই আগৰ উপকাৰক জানি চেলাম কৰি অতিসই আনন্দ পাই সুধিলে, তুমি ফ্রান্সিচ ফ্রেচকোবল নামেৰে ফ্লোৰেঞ্চ নগৰৰ এজন হোআ নে? ফ্ৰেচকোবলে উত্তৰ কৰিলে তোমাৰ সেৱক সেই মানুহ হঁও। কিন্তু ক্রমুএলে কলে, তুমি মোৰ সেৱক নো হোআ, মোৰ উত্তম বন্ধু আৰু উপকাৰি। এতিয়া মোৰ অনেক কাম হোআৰ কাৰনে, সৰহ বেলি তোমাৰ লগত কথা হব নোআৰোঁ; তুমি অৱস্যে আজি মোৰ ঘৰত ভোজন কৰিবলৈ জাবা; এতিয়া তোমাক বিদাই দি জাঁও। ফ্ৰেচকোবলে অতি আচৰিত মানি, কেতথনি বেলিলৈ ভাবিব ধৰিলে; এই জে ভদ্ৰ মানুহে মোক কৈ কাৰ্হিলে, আৰু মৰম ৰূপেৰে গ্রহন কৰিলে, এঁও নো কোন? সেসতে তেঁও সুঁৱৰি মনতে ভাবিলে, ফ্লোৰেঞ্চ নগৰত মই

তাৰ উপকাৰ কৰিচিলো, এও অৱশ্যে সেই ক্ৰমুএল। পাচে তেঁও এবকে আনন্দ পাই তেঁওক মতাৰ সময়ত তেঁওৰ ঘৰলৈ গল।

অলপ পাচে ক্ৰমুএলে আহি গাৰিৰ পৰা নামিল. এই তেঁওৰ সেই আগৰ উপকাৰিক চেনাম দিলে আৰু তাৰ হাতত ধৰি সৰ্ত্ত হাই আদমিবালক কলে, মই এই মানুহক দেখি বৰ আনন্দ পাইচোঁ, ইয়াতে তুমি আচৰিত মানিচা নে? পাচে তেঁও আপোনাৰ সকলো বিসই জনাই, ফ্ৰেচকোবলে ভোজন কৰিবলৈ লৈ গৈ, আপুনি জি চাইত বহে তাৰ ওচৰতে তেঁওক বুহুআলে। পাচে ভোজন কৰি এটাই সকলো গলত, তেঁও ফ্ৰেচকোবলত সুধিলে, তুমি কি কাৰনে ইংলণ্ডলৈ আহিলা? ফ্ৰেচকোবলে আপোনাৰ সকলো কথা তেঁওক জনালত, ক্ৰমুএলে তাক কলে, মই তোমাৰ দুখৰ কথা সুনি বৰ অসন্তোষ পাইচোঁ; মোৰ এক সত্য বন্ধুৰ নিচিনাকৈ তোমাৰ দুখৰ প্ৰতিকাৰ কৰিম, আৰু তোমাৰ কথাত মন দিম। আৰু দান দিয়াৰ আগেএ, নিয়াই কৰম কৰা মানুহৰ উচিত; মই তোমাৰ ধাৰ আগেএ সোজা উচিত আচিল। ইয়াকে কৈ হাতত ধৰি এটা সৰু খোঁটালিলৈ লৈ গৈ, এটা টকাৰ পেৰা মেলি, কেতবিলাক সোনৰ মোহৰ বাহিৰ কৰি তেঁওক দি কলে, হে মোৰ বন্ধু, তুমি জি টকা ফ্লোৰেন্স নগৰত ধাৰে দিচিলা, আৰু জি দহ মোহৰ মোৰ কাপৰৰ নিমিত্তে দিচিলা, আৰু দহ সোনৰ মোহৰ ঘোঁৰা লবৰ কাৰনে দিচিলা, সেয়ে এই, লোৱা; আৰু তুমি জদি সেই সকলো মোহৰবে বেপাৰ কৰা হলে, জানো কিমান লাভ পালাহেঁতেন; এই কাৰনে বিনই কৰোঁ, এই এই চাৰি স চাৰি স মোহৰ থকা চাইটা মোনা লোৱা, আৰু আপোনাৰ উপকাৰি বন্ধুৰ দান জানি ভোগ কৰা। ফ্ৰেচকোবলে এইবোৰ দান লবলৈ ইচা নাচিল, কিন্তু বহু বিনই কৰাত তাক ললে।

পাচে ক্ৰমুএলে ফ্ৰেচকোবলৰ ধৰুআবিলাকৰ নাম হিচাব লৈ, আপোনাৰ এক চৈকেদাৰ মাতি কলে, ধৰুআবিলাকক বিচাৰ কৰি পোন্ধৰ দিনৰ মাজত ধাৰ সুজিবলৈ কৰি; জদি নো সোজে, তেন্তে সাস্তি পাব। সেই চৈকেদাই উত্তম ৰূপে আপোনাৰ কাম সিধি কৰি সকলো ধাৰ অতি অলপ দিনৰ মাজতে সুজা হল। ফ্ৰেচকোবলে জিমান দিন ইংলণ্ডত আচিল, সিমান দিন সেই ক্ৰমুএলৰ ঘৰতে আচিল। তেঁওক ইংলণ্ডত থাকিবলৈ ক্ৰমুএলে বিনই কৰিলে, আৰু ৬০ হেজাৰ সোনৰ মোহৰ সেই চাইত বেপাৰ কৰিবলৈ দিব খুজিচিলে; কিন্তু তেঁও ফ্লোৰেন্স নগৰলৈ উভতি জাবলৈ ইচা কৰিলে, আৰু ক্ৰমুএলৰ পৰা বহু দান পাই আপোন দেসলৈ গল।

এই সকলো কথাৰ পৰা কঁও সুনা; দুখিয়াবিলাকক দায়া কৰা সকলোৰে উচিত; বিসেসকৈ জিবিলাক খ্ৰিষ্টিয়ান দুখিয়া হই, সিবিলাকক দায়া কৰা, খ্ৰিষ্টিয়ানবিলাকৰ উচিত। ধনিবিলাকে ধনিৰ সগত আলাপ কৰে, গঁৱালবিলাকে গঁৱালৰ সগত প্ৰেম কৰে; জিবিলাক সত্য সিবিলাকে সত্যৰ সগত মিত্ৰি কৰে। জিবিলাক ভদ্ৰ লোক সিবিলাকে ভদ্ৰে সৈতে আলাপ বেৱহাৰ কৰে, কিন্তু দুখিয়াবোৰৰ সগত, নাইবা সিহঁতৰ কথাত মন দিয়া এনে অলপ লোক দেখা জাই। কিন্তু মই জানৰ বুলি, খ্ৰিষ্টে এনে নে ভাবিলে, তেঁও দুখিয়া নিহ জাতিকো আপোনাৰ সিস্য কৰিলে, আৰু তেঁও সিস্যবিলাকক নম্ৰ মন দেখাবৰ নিমিত্তে সিবিলাকৰ ভৰিকো ধুআলে। উপদেস দিওতে তেঁও এই কথা সকলো চাইতে কলে বোলে, "জি কোনোএ এই সৰুবিলাকৰ মাজৰ, (অৰ্থাত তেঁওৰ সিস্যবিলাকৰ মাজৰে একজনক,) মোৰ নামেৰে এবাটি চেঁচা পানি খাবলৈ দিএ, মই তোমোলাকক ৰছপাকৈ কৈচোঁ, সি কোনো ৰূপে আপোনাৰ কৰমৰ প্ৰতিফল নে হেৰুৱাব"। কোনো মানুহে তোমাৰ আগত তাৰ দুখ জনাবলৈ আহিলে, আজি মই অসন্তোষ পাইচোঁ, বা আহৰি নাই, মোক দুখ নি দিবা বুলি, তেঁও এনে কথা কেতিয়াও

ন কৰে। খ্রিষ্টে কৈছে, জি কোনোএ মোৰ নামেৰে এই দুখিয়াবিলাকক দায়া কৰে, পৰকালত সি কোনো ৰূপে আপোনাৰ সুখ নে হেৰুৱাব। "জি জনে তোমাত খোজে, সেই জনক দিয়া; আৰু জি জনে তোমাত ধাৰ কৰিব খোজে, তাৰ্লৈ বিমুখ ন হবা"। ইহকালতো কেতিয়াবা সিবিলাকৰ লাভ হই; তাক বিলেসকৈ দেখুআবৰ নিমিত্তে, ওপৰে লিখা কথা প্রকাস কৰা হৈছে। খি.

## আচৰিত ৰূপে প্রান ৰখ্যা পোআ।

**Wonderful Preservation from death.**

এস বচৰৰ আগেএ স্কটলণ্ড দেসত বালু এর্স্কিন নামে এজন ধৰম প্রচাৰক আছিল; তাৰ উপদেসৰ দোআৰাই অনেক পাপি মানুহ পৰিত্রানৰ পথলৈ ওভতাই অনা হৈছিল। সেই চাহাবৰ জনমৰ কিছু বচৰৰ আগেএ, তাৰ মাকৰ প্রান অতি আচৰিত ৰূপে ৰখ্যা পোআ হল। তাই কিছু কাললৈকে নৰিয়া পৰি সেসত বিমূৰ্চ্চিত হল, আৰু সকলোএ মৰা হেন ভাবি তাইক কবৰ দিলে। সেই সময়ত তাইৰ আঙুলিত সোনৰ আঙঠি আছিল, সেই আঙঠি সুঁঅৰিবৰ নিমিত্তে তাইৰ স্বামিএ তাক ৰাখিবলৈ ইচা কৰিলে, কিন্তু আঙুলি উধহাত আঙঠি সোলোকাব নোআৰিলে। মৰিসালিৰ ৰখিয়াই এই ঘটনা জানি, লোভ কৰি আঙঠি লবলৈ ইচা কৰিলে। এই কাৰনে ৰাতিত এখন চোকা কটাৰি লৈ মৰিসালিলৈ গল, আৰু মৈদাম খানি মৰাৰ পেৰা মেলি, সেই মৰা তিৰোতাৰ হাত তুলি তাইৰ আঙুলি কাটিব ধৰিলে। তেতিয়াই তাইৰ হাতৰ পৰা তেজ ওলাল, আৰু তিৰোতা পেৰাৰ ভিতৰত উঠি বহিল; এনেকুআ অদ্ভুত ঘটনা দেখি সেই দুষ্ট মানুহ ভই পাই পলাই গল। পাচে সেই তিৰোতা চেতনা পাই, কতন কৰি মৈদামৰ বাহিৰ ওলাই উভতি আহিল। তেতিয়া তাইৰ স্বামিএ কোনো এক বন্ধুৰ লগত কথা বাত্রা হৈ থাকোঁতে, বাহিৰৰ দুআৰত কোনো মানুহে টুকৰিওআ সবদ প্রথম বেলি সুনি, তেঁও বিলেসকৈ মন নি দিলে; কিন্তু দুতিয় বেলি টুকৰিয়ালত তেঁও কলে, মোৰ তিৰোতা মৰিল, ইয়াকে জদি নে জানিলোঁহেঁতেন তেন্তে এয়ে তাইয়ে টুকৰিয়াইছে বুলি কলোঁহেঁতেন। পাচে তেঁও দুআৰ মেলি, ঘৈনিএকক দেখাত অতি আচৰিত মানি সুধিলে, তুমি মোৰ তিৰোতা মাৰগ্রেত নে? ঘৈনিএকে হই বুলি কলে। এই ৰূপে প্রান ৰখ্যা পাই তাই অনেক বচৰলৈকে জিয়াই থাকি, সন্তান সন্ততি উপজালে। খি.



## গিত।

**"The Lord my Shepherd is."**

ইস্বৰ মোৰ ৰখিয়া হই,
মোৰ হৰ সত্ত পালন;
তেঁও মোৰ ইস্বৰ, তেঁওৰ সিন্যো মই
মোৰ কিহত প্রয়োজন?

জত পৰিত্রান বৈ জাই,
সেই অম্রিত নদিৰ পাৰ,
আপোনাৰ মেৰক তাত চৰাই,
পোআইছে প্রেমৰ চাৰ।

মই গলে অপথে,
মোৰ প্রান আকও ঘুৰাই,
আপোনাৰ নামৰ নিমিত্তে
সত্ত পথতে চলাই

তেঁও মোৰ ৰখ্যক হোআত,
ন কৰিম একো ভই;
গলে মৰনৰ ঘোৰ চাঁয়াত
তাত তেঁও মোৰ সঙ্গি হই।

আবুলৰ অন্তলৈ
তেঁওৰ প্রেমো দায়াও পাম;
পাচে তেঁওৰ ওপৰ থানে গৈ,
অনন্ত কাল বিস্রাম।

The young Raja of Behar

ভাৰত বৰ্ষৰ অধিকাৰ শ্ৰীল শ্ৰীযুক্ত গবৰ্নমেণ্ট বাহাদুৰৰ আগ্যাৰে, বেহাৰৰ শ্ৰীযুক্ত নাবালক মহা ৰজাক পৰ্হাদৰ অভিলাসে অন্য থানে নিবৰ কাৰনে, এই দেসৰ দেসাধিকাৰ শ্ৰীল শ্ৰীযুক্ত এজেণ্ট নবাব গবৰ্নৰ জেনেৰল বাহাদুৰ হৈগ, ৰজাক ১৫ ফাগুনত জাত্ৰা কৰোআত ঘৰৰ পৰা ওলাই নগৰৰ ওচৰতে এটা ন ঘৰত থাকিল; আৰু চত মাহৰ ৪ তাৰিখে পৰ্হিবৰ নিমিত্তে প্ৰুনাসলৈ জাব, এনে থিৰ কৰা বাত্ৰা পোআ হৈছে ।

## কামৰুপৰ বুৰঞ্জি, ৫ আধ্যা ।

History of Kamrup, Chap 4.

তাত পাচে কত দিন অন্তৰে চন্দ্ৰনাৰায়নে দুই তিৰি এৰি জঁাজিৰ পৰা পলাই গল । তাত পাচে মামো গোবিন্দৰ পুতেক মধুনাৰায়নক ধৰ্ম ৰজাই দাই ধৰি তিঙ্গি মূচৰি মাৰিলে বোলে, তোক ৰাজ্য পাতিব দিলো; তই স্বতন্ত্ৰ হাব কিয়? পাচে পুত্ৰৰ মৃত্যু সুনি, আপোনাকো কিবা কৰে বুলি, লুকিব পৰা মামো গোবিন্দে নাহি, মহা ৰজাৰ আগ্যাৰে কৰৈ বাৰি প্ৰজন্তে ৰাজ্য খাই আছে । মহা ৰজাও মামো গোবিন্দক মাতি পঠাই, তথাপি নাহে, মামো গোবিন্দ জে মহা ৰজাত হাৰামখোৰ হল, তাক সত্ৰাজিতেও জানিলে । পাচে সত্ৰাজিতে কটকিত কৰি পত্ৰ দি পঠালে, মহা ৰজা দেৱে জদি মোক আগ্যা কৰে, মই মামো গোবিন্দক ধৰি নাৱৰ পিৰিত বান্ধি দি পঠাম । পাচে সৰ্গদেৱে এই কথা সুনি ৰত্নকন্দলি, জাবৰখৰি, একাদহ, এই তিনিক সিঘ্ৰু কৰি পঠালে, বোলে, মামোক পালেহে তইত আহিবি । তেতিয়া সত্ৰাজিতে পচিমে মামোক বেৰিলে, পুবে আহোমে বেৰিলে, পাচে মামো ভাগি বঙ্গাল দেসলৈ গল; আবদুল ইসলামক ভয়েৰে পাতচাৰ ঠাইত মোক দুসি কৰিব বুলি সত্ৰাজিতে মামো গোবিন্দক ধৰি ঢাকালৈ দি পঠালে, আহোমক নি দিলে । তদনন্তৰে সৰ্গদেৱে সুনিলে, ধৰ্ম ৰজাত জগৰ লগাবৰ কাৰনেহে লাঙ্গি ফুকনে মামো গোবিন্দক লুকিলৈ পঠালে । সত্ৰাজিতকো ধৰি আনিব পাৰিলেহেঁতেন, কিন্তু মিত্ৰৰ কাৰনেহে ন ধৰিলে । আৰু ঢাকাৰ নবাবেও সোনকোঁহৰ মুখত হাট বাট কৰোঁ, বুলি নিস্তৰ বস্ত্ৰ জাত দি উকিল পঠাইচিল, পাচে সৰ্গদেৱে সুনি বোলে, এনে কথাৰে জে কটকি আহিল, ফুকনেই কথা ন কৈ আনে কথা কবলৈ কিয় পাচিব? এই কাৰনে লাঙ্গি ফুকন, পোআলি লাঙ্গি ডেকা, লেচাম ডেকা তিনিতো জগৰ লাগিল । পাচে খাব নি দি কদৰ্থি তিনিকো মাৰিলে ।

পাচে সৰ্গদেৱে অভই পুৰিয়া নেওগ গোহাঁইক বৰ ফুকন পাতি পঠালে । মামোৰো লৰা, তিৰোতা, বন্দি, বেটি, জি আছিল, জাখলিলৈ তুলি নিলে । তাত পাচে গাভৰু ৰায়ে চন্দ্ৰনাৰায়ন, খানায়েৰে দন্দ কৰি নেওগ ফুকনলৈ কৈ পঠালে, বোলে, স্বগি মহা ৰজাৰ পাৱত সৰনে পসিলোঁ । মই পুৰ্বে থপা ঘৰ, খানাযে মোক বঙ্গালক ধৰি দিয়ে, লোক জন দি ৰখ্যা কৰা । এই কথা সগদেৱত কৈ তাক নিৰ্ভই দিলে; ৰুপ দিলে ২০০০, সুবৰ্নৰ তাৰ হাৰ কৰি ১ জোৰ, ৰুপৰ বটা ১ টা, জৰা ১ টা, কাঁহি ১০ খন, কাপৰ ৫০ জোৰ, দলিচা এখান, আকে পাই দখিন কোলৰ ঢেকেৰি লগত লৈ কৰৈ বাৰিৰ পৰা ১৫৪২ সঁকত বঙ্গালক খেদি ৰাজ ললেগৈ । বঙ্গালৰ দুই চাৰি মানুহ কাটিচে. এই কথা সত্ৰাজিতে কৈ পঠালে, বোলে, সৰ্গদেৱৰ লোকে ঢেকেৰিৰ লগ লৈ, আমাৰ দুই চাৰি মানুহ কাটিচে, সৰ্গদেৱতাই সুনি বোলে, ঢেকেৰিএ কেনেকৈ কাটে, মই কি জানো এই এক কথা ।

সেই বেলা ঢেকেৰিৰ হৰিকেস বৰুআ বঙ্গালৰ পৰা পলাই দৰঙলৈ আহিল । তাক আবদুল ইসলাম নবাবে সৰ্গদেৱলৈ খুজি পঠালে, বোলে, মোৰ হৰিকেসত পাঁচ স টকা পাব লাগে, সৰ্গদেও ৰজা দি পঠাওক । তোমাৰ আমাৰ প্ৰিতিৰ এহিসে কাৰন, পাচে

মহা বজা হৰিকেসক সৰনাগত বুলি নি দিলে, কন্দলৰ বিৰ্জ এই এক কথ হল । সেই সময়ত বঙ্গালৰ পহু মৰা হেঙ্গল কুকুৰ ১ টা, মানহা পাৰ হৈ আমাৰ পালিত সোমালহি । বঙ্গালে আমাৰ চকিয়ালত থুজি নে পাই, চকিৰ পৰা মানুহ ২০টা ধৰি নি জিবা কাটিলে; অনেক লঞ্চনা কৰি মাৰিলে । আমাৰো চকিয়ালে ধৰি, পাত অনা বঙ্গালক জুমি জুমি কঁৰিয়ালে, তাৰে পৰা বঙ্গালৰে আহোমৰে প্ৰিতি ভাগিল; এই এক কথা কন্দলৰ বিৰ্জ । পাচে বঙ্গালৰ সেক ফৰিদ নবাব, ফত্তাই মামুদ এই দুই বৰলিয়াই উজাই হৰিকেসক ধৰিবৰ নিমিতে খেদি আহিল । পাচে কলঞ্জ সন্দিকৈএ আগ ভেটি কঁৰিয়াই খেদিলেহি, বঙ্গালে একো কৰিব নোআৰিলে । দখিন কোলনৈ পাৰ হৈ অসুৰালিৰ পৰা অচমৰ মানুহ ৩ টা, ধৰি নিলে । তাৰে দুটা হাজোত কাটি সালত দিলে, ১ টা কুকুৰক খুআলে, সঁক ১৫৫৭ ।

তেতিয়াহে খাংলাই চেটিয়াই দিমিহাত বঙ্গালৰ গৰ মাৰিলে । ঘোৰা পালে ১ টা, তৰোআল ১৪ খন, তাত পাচে হৰি ডেকাই চামুয়াৰ গৰ মাৰিলে । কমথাম বনত পৰিল, ঘোঁৰা পালে ৩ টা, হিলৈ ১৭ টা, তৰোআল ৪০ খন, আৰু বন্দি হৈ জি বঙ্গাল আছিল, সিয়ো পাৰ হৈ উত্তৰ কোলনৈ গল । সেই বেলা জেঠ মাহত চন্দ্ৰ নাৰায়ন মৰিল, খাংলাই চেটিয়াই সোন্দাত গৰ দিলে, সেই গৰত আহোম ১৪০০০ হেজাৰ লোক দিলে । আৰু ধৰ্ম্ম বজাৰ ঢেকেৰি বৰ কাপ বৰুআ সমে সোন্দাৰ গৰ মাৰিলেগৈ । বঙ্গাল সেক ফৰিদ, হৰিৰাম ৰাই, বৰ দেউনিয়াৰ জয় সিংহ কোঁঅৰ, এই তিনিএ সমুখ হৈ জুজিলেহি । ভাদ্ৰু জৰন পৰিল, হৰিৰাম ৰাইত কাঁৰ লাগিল, আহোমে খেদি তিনি পৰৰ বাট কাটিলে । সেক ফৰিদক, জই সিংহ ৰাইক ধৰি আনিলে । ঘোঁৰা পালে ১৪০, মৰিল ১২০, পিতলৰ বৰ হিলৈ ১ টা, ভুৰুকি হিলৈ ২৪০, বাৰু ১২০, তৰোআল ৪৪০, ভাদ মাহ সনিবাৰে ২০ দিন জাঁওতে ।

তাত পাচে সবাই ঘাটৰ থানা সলেহি । অম্বক্ৰান্তৰ আগ চকিত আছিল বিৰাম খাঁ, সবাইত খোচাল বেগ, পাণ্ডুত ইয়াৰ কুলি, সত্ৰাজিত মাজালিৰ বালিত আছিল । পাচে সবাই ঘাটৰ চকিলৈকে মাৰিলে; তাতে খোচাল বৈগ পৰিল । পাচে আহোমে কাজলি এৰি সবাই ঘাটত গৰ দিলে, লাম্বাধৰ ডেকা, দুঅৰা এই দুই পাণ্ডুৰ গৰত আছিল, সত্ৰাজিতকে আদি কৰি জত বঙ্গাল পাণ্ডুত আছিল, তাক এৰি আগিয়া চুটিৰ মাজুলিলৈ গল । সবাৰো উপৰি আবদুলই স্লাম, মুহদি এই দুই তাগি নবাব হাজোত আছিল । ধৰ্ম্ম বজা খাংলাই চেটিয়াৰো তাতে গৰ, পাণ্ডুৰ সবাই ঘাট আহোমে সলে, পাণ্ডুত পিতলৰ হিলৈ ১ টা পালে । পাচে বঙ্গালে নাৱে তৰে উলটি জুধ দিলে, আহোমে চাপি ন ধৰে, কাথৰৰ পৰা কাঁৰ গুলি মাৰে মাত্ৰ, বঙ্গালো উজাই জুৰি পৰ্য্যন্ত পালেহি, সেই বেলা হাবুং চেটিয়া, কবুং চেটিয়া নাৱত থাকি নাও মেলিব নোআৰিলে, দিহিঙ্গিয়া গলমৰিক পলাল । আন নাও কাথৰ চপাই মানুহ উঠিল, বঙ্গালে নাও তিনি খন পাই নিলে । আন নাও পাঁতোতা ন হল; বামৰ পৰা কাঁৰ গুলি মাৰোঁতে বঙ্গাল উলটি গল । সেই বেলা অভয়পুৰিয়া, নেওগ, বৰ ফুকন আমৰা জুৰিৰ বৰ সিলত উঠিলগৈ, বঙ্গালে দেখি গুলি মাৰিলে, মুখত গুলি পৰি মৰিল, মাহ আহিন সুকুৰ বাৰে ১৫৫৮ সঁকত ।

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

দিবুৰু গৰ জিলাত এতিয়া এটা অতি দুৰ্ঘটনা হল । সেই জিলাৰ ভিতৰৰ গাঁৱত এখন বিয়া হৈছিল, তাতে এটা মটক মানুহে হাতত এখান খামতি দা লৈ, সেই বিয়াৰ জুমৰ মাজলৈ গৈ, মানুহ কাটিবলৈ ধৰিলে । তেতিয়াই দুটা মানুহ মৰা পৰিল, দহোটা খুন হল; জি দহোটা খুন হৈছিল, তাৰ মাজৰে

চাইটো মৰিল, চটাহে জিয়াই আছে; কিন্তু সিইতৰো প্ৰাণ ৰখ্যা নপৰাৰ সংসইহে আছে। সেই অতি নিষ্ঠুৰ মানুহটো তেতিয়াই ধৰা পৰিল, আৰু তাৰ দোষ পোচ কৰিবলৈ বিচাৰ পতিএ তাক কইদত থৈছে। সি এতিয়া কৈছে, বোলে, মই বলিয়া হৈছিলোঁ, সেই কাৰণেহে এনে অগৰ কৰিলোঁ। কিন্তু আমি ভাবিচোঁ, কোনো কথাৰ কাৰণে পেটত খং ৰাখিছিল; এতিয়া সি তাৰে সেই নিৰ্দয়া ৰূপ প্ৰতিকাৰ কৰিলে।

এপ্ৰিলৰ ৩ তাৰিখে ৰাতি ১১।১২ ঘণ্টাৰ সময়ত সতাসিল বজাৰৰ এজন আখৈ আলাৰ ঘৰত জুই লাগি ৰতাহ টানকৈ বলোআৰ কাৰণে ৪ টা, কম্পানিৰ দিঘল দিঘল বজাৰ ঘৰকে আদি কৰি শ্ৰী ৰাম চৰন মুন্সি সিৰস্তাদাৰৰ ঘৰলৈকে পুৰিলে। তাত কপাহ, সা, ধান, চাউল, মিঠৈ, লোন, তেল, হাঁহ, পাৰ, কুকুৰা, ঘিউ, চেনিকে আদি কৰি অনেক বস্তু হানি হল। আৰু কেতবোৰ কুকুহা উৰি কমিস্যনৰ ক্যাৰি ঘৰৰ কাসলৈ যোআত ৰৱ সংসই কৰিছিল, কিন্তু ৰতাহ ঘুৰিলত মিৰ্বিঘিনিএ ৰল, আৰু তালেমান ঘৰৰ মাজত থকা এটা ঘৰত কুকুহা পৰি সেই ঘৰটো মাথোন পুৰিলে।

এপ্ৰিল মাহৰ ৮ তাৰিখৰ ৰাতি ১১।১২ ঘণ্টাৰ সময়ত সতাসিল মৌজাৰ নন্দিৰাম বৰুআৰ ঘৰ আৰু গেৰা বামুনৰ ঘৰ আন্দাজ ৮।৯ ঘৰ মান পুৰিলে।

সেই মাহৰ ১৩ তাৰিখে ৰাতি আন্দাজ ১০।১১ বজাৰ সময়ত গুআহাটি নগৰ নিৰাসি শ্ৰী মধু তেকাৰ ঘৰ জুয়ে পুৰিলে; সিইতৰ এটা পেৰাত ৰাজে সকলো বস্তু হানি হল।

এপ্ৰিল মাহৰ ১৬ তাৰিখে ৰাতি পুঁঅতি সিলা গুআহাটি নগৰৰ সতাসিল মৌজাৰ শ্ৰীযুত নিলকণ্ঠ চোলাধৰা ফুকনৰ চাংমাইৰ ঘৰত প্ৰথমে জুই লাগোঁতেই শ্ৰীযুত বিচৰ চাহাবে আপোনাৰ ফুলি আৰু আন আন বাহিৰ মানুহ লৈ আহি, ইটো সিটোকৈ ঘৰ ভাঙি ক্ৰমে ক্ৰমে আপোনাৰ হাতাৰ কাসে জুয়ে মেলি লৈ গৈ আছিল। কিন্তু সেই কালত পচোআ ৰতাহ প্ৰচণ্ড হৈ বলোআৰ কাৰণে কুকুহা উৰি গৈ সেই চাহাবৰ বঙ্গলাত পৰি জুই টান হৈ উঠোঁতে চাহাবে দেখি সৰা সৰিকৈ গৈ, সেই জুইৰ কালসৈ চাই থাকিল মাথোন; আন আন মানুহে বঙ্গলাৰ দুআৰ ভাঙি সোমাই কিছু মেজ, চকি, পালেঙ্গ, নকচাৰ আইনা উলিয়ালে; আৰু ৰূপ খতোআ বাচন, চামুচ, আৰু কাঁইট থকা এটা আলমাৰি উলিয়াবৰ মনেৰে ধৰিলত সেই আলমাৰিৰ ভিতৰত এবাহ মৌ মাখি আছিল। পাচে একউআ মানুহবিলাকক কামুৰিবলৈ ধৰিলত এৰি সৰ মাৰিলে, তাত ১০০০ টকাৰ বাজনা এটা, আৰু মেজ, চকি, আলমাৰি, পালেঙ্গ, ৰাৰান্দি, নকচাৰ আৰ্চি আদি আন্দাজ ৬০০০। ৭০০০ টকাৰ বস্তু হানি হল। আৰু কেতখনি ৰূপ উলিয়াব নোআৰাত তেনেই লোপ হল, তাত বাহিৰে উক্ত চোলাধৰা ফুকনৰ, নিত্যানন্দ ফুকনৰ, বিদ্যাধৰ পণ্ডিতৰ, আৰু ভিন্ন সাজতোলাৰ ঘৰকে আদি কৰি প্ৰাই ১০০।১৫০ মান ঘৰ পুৰিলে; তাত সোন, ৰূপ, পোআল, ধান, চাউল, কপাহ, তাম, পিতল, হাঁহ, পাৰ, চাগলি আদি বহু বস্তু নষ্ট পালে; আৰু তাতে বস্তু উলিয়াঁওতে চিৰা নামেৰে এটা মানুহৰ পিঠিত জুই লাগি, চাল নিকটি গল, এতিয়াও ভাল হোআ নাই।

ডিওক অফ উএলিংতন নামেৰে জি ৰৰ ইস্কুল পাতিবলৈ মাৰ্চ মাহৰ অৰুণোদইত লিখা আছিল, সেই ইস্কুলৰ নিমিত্তে এই দেসৰো সকলো অধিকাৰে ধন দিছে।

---

A Suspicious man in the Gov. General's Bed Chamb

ৰঙ্গপুৰ বাৰ্ত্তাবহ সম্বাদ পত্ৰৰ পৰা এই আচৰিত বাত্ৰা পাইচোঁ; মাৰ্চ মাহ, অৰ্থাত ফোআ সুক্ল পখ্যৰ এদিন নিসা দুপৰ মান হোআত, এটা সামান্য মানুহ বা জাতি একো অস্ত্ৰ নো হোআকৈ, কেৱল সুদা হাতে বাখিৰা পৰিয়াবোৰকো বঞ্চনা কৰি, শ্ৰীল শ্ৰীযুত গৱৰ্ণমেণ্ট বাহাদুৰৰ সোআনি ঘৰলৈ সোমাই গল; আৰু সেই সাহিয়াল মানুহটে শ্ৰীল

শ্রীযুক্ত গৱর্নমেণ্ট বাহাদুৰ সুই থকা খাটৰ ওপৰৰ আঁঠুআ দাঙ্গি তেঁওক চোআত, তেঁও স্নাৰং পাই তাক বুলিলে, তই কোন? পাচে সি একো নে মাতিলে; তেঁতিয়া দেসাধিপতি বাহাদুৰে আপোনাৰ ৰখিয়া সেনাবিলাকক মাতিবলৈ ধৰিলে; আৰু সিইত আহোঁতেই ঘৰত সোমোআ মানুহটে ৰখিয়াবিলাকক আপোনাৰ পৰাক্রম দেখুআই, অতিসই বেগে জাঁপত জাঁপে গৰ তেই পলাই গুচি গল। এই কথা অতি আচৰিত; সেই সাহিয়াল মানুহটে কি আসয়েৰে শ্রীজুতৰ সোআনি ঘৰলৈ সোমাই গৈচিল, তাৰ একো বিসেস বুজিব পৰা ন গল। জদি সি চোৰ, তেন্তে তেঁওৰ আঁঠুআ কিয় দাঙ্গিব; ঘৰৰ ভিতৰত বস্তু বিচাৰিলেহেঁতেন। আৰু কোনো সত্রুৰ পক্ষ্যৰ মানুহ জেন বুজিবলৈকো, তাৰ হাতত একো অস্ত্র নাই, বা তেঁওৰ নো তেনে সত্রু আচেই কোন? আৰু দুৰ দেসৰ পৰা কোনো ৰজাই পঁচা মানুহ হবলৈকো, সেই ৰাতিত শ্রীজুতৰ সৰিলত কিবা বিঘিনি কৰিব পাৰে, এনে আগন্তুক নাই। নাইবা কোনো দুস্ট লোকে শ্রীজুতে সুই থকা খাটৰ আঁঠুআ দাঙ্গি চাই মই আহিবগৈ পাৰোঁ, এনে কথ্যা কৰি তাকে সিধি কৰিবৰ নিমিত্তে গৈচিল, এনে বুলিবলৈকো অনেক সাৱধানে ৰখা ৰখিয়া সেনাবিলাকৰ মাজত থাকোঁতা জি ৰজা চক্রবর্তি গৱর্নমেণ্ট বাহাদুৰ, তেঁওৰ সোআ ঠাইলৈ দুপৰ নিসা সামান্য মানুহ জিয়নৰ আসা এৰি জাবলৈ সাহ কৰিব পাৰে নে! এই কাৰন কোনো মতে তাৰ ঠিকনা কৰিব নোআৰি।

## মান দেসৰ বাত্রা।

Burmah.

মান দেসৰ পৰা বিস্বাস কৰিব পৰা বাত্রা অতি অলপহে আচে; কিন্তু মহা ৰজাৰ সৈনায়েকে ৰন কৰি ৰজাক জিনি, তেঁওক বন্দিসালত থৈ সম্প্রতি ৰাজ সিংহাসনত ৰহি আচে, এনে বাত্রা চলি গৈচে। এই বিগ্রহ হোআ সময়ত আৱা আৰু উমেৰপুৰা নগৰ বিনস্ট কৰা হল। ৰাজ ঘৰ আৰু তাৰ ওচৰত থকা অলপ ঘৰ ৰখ্যা পৰিল। কমিস্যনৰ কাপ্তান কেয়াৰ চাহাবে সেই নতুন ৰজাক বুজাই দিলে, বোলে, গৱর্নৰ জেনেৰল চাহাবৰ ঘোসনা পত্র গ্রাহ্য কৰিবলৈ জি নিয়মিত কাল ৰজাক দিচিলে, জদি সেই কালতো ৰজাই অমিল হৈ থাকে, তেন্তে কম্পানিৰ সেনাই সকলো ৰাজ নগৰলৈ গৈ সেই ৰন আৰু মানৰ ৰাজ্য একে বাৰে সেস কৰাব। তেও ৰজাই মিল হবলৈ আৰু ৰন গুচাবলৈ একো ইচা নে দেখাই। ম্যাতুন নামেৰে এটা ডকাইতে সেনাপতি হৈ, কম্পানিৰ বিৰোধে ভনাবিও নামে এখন গাঁৱত ৰন দিলত, আমাৰ মানুহ কোনো কোনো মৰা পৰিল; এই নিমিত্তে মানৰ ৰজাই তাৰ সকলো জগৰ খেমা কৰি, তাক অনেক ভাৱে প্রসংসনিয় উপজুক্ত নাম দিলে, আৰু দেসৰ এক অধিকাৰ পাতিলে। সি ভনাবিওৰ ওচৰত থকা অতি সকত গৰৰ মাজত ৫০০০ পাঁচ হেজাৰ সেনাই সৈতে আচিল। চেৰ জন চিপ চাহাবে সেনাই সৈতে মার্চৰ ১০ তাৰিখে ভনাবিও এৰি তাক ধৰিবলৈ গৈ মার্চৰ ১৮ তাৰিখে হাবিৰ মাজে দি বাট কাটি কাটি, তাৰ গৰৰ আগতে থিয় হলগৈ। সেই ডকাইতৰ সেনাপতিৰ গৰ অতি ৰৰ কাঠনি জাবনিৰ মাজত বান্ধি আচিল; গৰৰ তিনি ফালে দোপনি দল দলিয়নি, তাতে দ খাৰৈয়েৰে বেৰা; আৰু সেই সকত গৰৰ চাৰি ফালে অনেক হিলৈ পাতি জুগুত কৰি থোআ আচিল; সেই কাৰন তাক আক্রমন কৰি লবলৈ ৰৰ কঠিন। দুয়ো দল ফৌজে এঘণ্টা মানলৈকে জুধ কৰাত এক নিমিসো চেৰ্ নো হোআকৈ হিলৈৰ সবদ হৈচিল। তেতিয়া চেৰ জন চিপ চাহাবে তেঁওৰ সেনা সকলক বেগাই গৈ সত্রুবিলাকক আক্রমন কৰিবলৈ আগ্যা দিলত, সিবিলাকে একে বেলিএ মান সেনাবিলাকৰ ওচৰ পালেগৈ। তাতে মান সেনাবিলাকে ইংৰাজি সেনা সকলক গাৰ ওচৰতে দেখি, সিইত দিলা দিসি ভাগিবলৈ ধৰি জিবোৰ মৰা ন পৰাকৈ আচিল, সেইবোৰ পলাই গল। মানৰ সেনাপতি ম্যাতুনৈ

নগৰ ৩০০ মানে সৈতে হাবিৰ মাজে দি পলাই সাৰিল। সেই জুধত দু জন চাহাব মৰা পৰিল, ১১ জন খুন হল। আমাৰ সেনাবোৰৰ মাত্ৰত ১৮ টা মৰিল, ৮৪ টা খুন হল। এই ৰনৰ সময়ত কেতবোৰ কাৰেন মানুহ ম্যাত্তুন সেনাপতিক এৰি, নৰা, ভিৰোত্তা, গৰুৱে টনা ৰথে সৈতে ৰাতিতে পলাই ডনাবিওৈল গল। আৰু এন্ধাৰ ৰাতি, তাতে অতি কঠিন বাটো, তথাপি ন ঘণ্টাৰ মাত্ৰত ১২ ক্ৰোচৰ বাট গৈ ডনাবিও পোআত, অতি সুম কেআৰ কাৰনে সিইঁতে পোনেই থিয় হৈ থাকিব নোআৰি মাটিত দিঘল হৈ পৰিল। সেই মান বেগাই জোআতো, ম্যাত্তুনৰ মানুহে খেদি গৈ সিইঁতৰ তিনটা কাৰেন মানুহ ধৰিলে; আৰু সেই তিনটাক অতি নিৰ্দয়া ৰূপে সাল মৰা হল। সেই ডকাইতৰ সেনাপতিএ অতি নিৰ্দয়াকৈ তাৰ আপোন দেসৰ মানুহ ডালেমান মাৰিলে, আৰু ধৰা পৰিলে অৱস্যে মৰিব। এতিয়া ৰৰখুনৰ দিন আহিল, আৰু ঐৰাৱতি নদিত ৰমুআ ভাপ জাহাজ ৰাজ ধানিলৈকে অতি সহজে জাব পাৰিব। তাতে এই বাৰিখাত্ত সেই মান দেসৰ ৰন সেস কৰা হব পাই; কিন্তু কম্পানিএ মানৰ ৰাজধানি আৰু তাৰ সকলো দেস ন ললে, সিইঁতে মিল হৈ নে থাকিব, ইয়াকে অনেকে কোআ কুই কৰে।

## জাপান উপদিপ।

Expedition to Japan.

আমেৰিকা দেসৰ পৰা ১৩ খন জাহাজ জাপান উপদিপলৈ এতিয়া গৈছে। সেই দিপৰ লোকে আন কোনো দেসৰ লোকে সৈতে আলাপ বেৱহাৰ ন কৰে; আৰু সিইঁতৰ দেসত আন দেসৰ লোক ফুৰিবলৈ আৰু থাকিবলৈকো বাধা কৰে। সিবিলাকৰ দেস মুকলি হলে সকলোৰে উপকাৰ হব, এই নিমিত্তে মিত্ৰতা কৰিবলৈ, আৰু জাহাজ লগোআ ঠাই আগলৈ হবলৈকো, আমেৰিকা দেসৰ কোনো প্ৰধান লোকে ১৩ খন জাহাজে সৈতে গৈছে। সেই জাহাজবোৰৰ নাম, ভৰা খোআৰ পৰিমান, আৰু সেনাবোৰৰো সংখ্যা এই;

| জাহাজৰ নাম, | কেই মুনিয়া, | তাত থকা টোপ, | আৰু সেনাৰ সংখ্যা। |
|---|---|---|---|
| বেৰমন্ত, | ১০,০০০ | ১৬ | ৮০০ |
| মিচিচিপি, | ৫১,০০ | " | ৩৭৫ |
| চচকুইহানা, | ৭৬,৫০০ | " | ৩৬০ |
| প্ৰিঞ্চটন, | ৪৫,০০০ | " | ১২০ |
| আলিঘানি, | ৪৫,০০০ | " | ১২০ |
| চাৰাতগা | " | ২২ | ১২০ |
| চেইন্ত মেৰিচ, | " | ২২ | ১২০ |
| বিনচেঞ্চ, | " | ২২ | ১২০ |
| মাকেদনিয়া, | " | ২২ | ৪৫০ |
| পৰপচ, | " | ১০ | ১২০ |

আৰু চাউথআম্পটন, লেক্সিংটন, তালবট, এই এই নামেৰে তিনি খন আহাৰ আদি ৰনৰ সামগ্ৰি জোআ জাহাজ, তাতো খনে পতি চাৰি চাৰি টোপ আছে।

## জুন, অৰ্থাত আহাৰৰ পঞ্জিকা।

Almanac for June, A D 1853 Sal. Sac 1775.

| জুন | জেঠ | বাৰ | তিথি | দিনমান | জুন | আহাৰ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৪ | ২৫ | ১৩।৩৬ | ১৬ | ৩ | ৫ | ১০ | ১৩'৪১ |
| ২ | ২১ | ৫ | ২৬ | ১৩'৩৭ | ১৭ | ৪ | ৬ | ১১ | ১৩'৪১ |
| ৩ | ২২ | ৬ | ২৭ | ১৩।৩৭ | ১৮ | ৫ | ৭ | ১২ | ১৩'৪১ |
| ৪ | ২৩ | ৭ | ২৮ | ১৩ ৩৮ | | | | | |
| | | | | | ১৯ | ৬ | ১ | ১৩ | ১৩'৪ |
| ৫ | ২৪ | ১ | ২৯ | ১৩'৩৮ | ২০ | ৭ | ২ | ১৪ | ১৩'৪২ |
| ৬ | ২৫ | ২ | ৩০ | ১৩'৩৮ | ২১ | ৮ | ৩ | ১৫ | ১৩'৪২ |
| ৭ | ২৬ | ৩ | ১ | ১৩:৩৯ | ২২ | ৯ | ৪ | ১৬ | ১৩'৪২ |
| ৮ | ২৭ | ৪ | ২ | ১৩ ৩৯ | ২৩ | ১০ | ৫ | ১৭ | ১৩'৪২ |
| ৯ | ২৮ | ৫ | ৩ | ১৩ ৩৯ | ২৪ | ১১ | ৬ | ১৮ | ১৩'৪২ |
| ১০ | ২৯ | ৬ | ৩ | ১৩।৪০ | ২৫ | ১২ | ৭ | ২০ | ১৩।৪১ |
| ১১ | ৩০ | ৭ | ৪ | ১৩'৪০ | | | | | ১ |
| | | | | | ২৬ | ১৩ | ১ | ২১ | ১৩'৪১ |
| ১২ | ৩১ | ১ | ৫ | ১৩।৪০ | ২৭ | ১৪ | ২ | ২২ | ১৩'৪১ |
| ১৩ | ৩২ | ২ | ৬ | ১৩'৪০ | ২৮ | ১৫ | ৩ | ২৩ | ১৩'৪১ |
| ১৪ | ১ | ৩ | ৮ | ১৩।৪১ | ২৯ | ১৬ | ৪ | ২৪ | ১৩'৪১ |
| ১৫ | ২ | ৪ | ৯ | ১৩।৪১ | ৩০ | ১৭ | ৫ | ২৪ | ১৩।৪০ |

**THE ORUNUDOI,**

*Printed and published at the Sibsagor Mission Press, by N. Brown, Editor.*

অৰুণোদই

৮ বচৰ। মোং সিৱসাগৰ, জুন, ১৮৫৩। নম্বৰ ৬।

VOL. VIII. SIBSAGOR: JUNE, 1853. NO. 6.

## লঙ্কা দিপত মুকুতা বিচৰা।

The Pearl Fishermen of Ceylon.

লঙ্কা দিপ বহু মুলিয়া মুকুতাৰ কাৰনে প্ৰখ্যাতি হৈছে; সেই মুকুতা এবিধ সামুকৰ মাজত পাই, আৰু তেনে সামুক লঙ্কা দিপৰ চাৰিও ফালে থকা সাগৰত অনেক পোৱা হই। সেই সামুক বিচাৰি অনাৰ কথা অতি আচৰিত, তাক ধৰি তোলাৰ দুই সমই আছে; প্ৰথম সমই চত, বহাগ; দুতিয় সমই ভাদ, আহিন এই চাৰি মাহ। বচ্‌ৰৰ ভিতৰত জিমান সৰহ বৰশুন হই, সিমান সৰহ সামুকো পোৱা জাই।

এই সামুক তুলিবৰ কাল হলে কোনো কোনো বচৰত ২৫০ নাও সেই কৰমলৈকে জুগুত হই। জি ঠাইত সামুকবোৰ থাকে, সেই ঠাই মানুহবিলাকে পালেই তাতে সিহঁতে লঙ্গৰ পেলাই, আৰু বুৰিওআবিলাকে গাই পতি আপোনাৰ গাত এটা এটা সিল বান্ধে; সেই সিল বহলে পোআ হাত, দিঘলে আধ হাত। সেই সিলেৰে এই উপকাৰ হই, বুৰ দিলে তাৰ কাৰনে আপোনাক থিৰে ৰাখিব পাৰে; সোঁতে ওপঙ্গাই লৈ ফুৰাব নোআৰে, আৰু সাগৰৰ তল পালে, থিৰ ৰূপে তাত



Scene at the Pearl Fisheries.

জুৰিব পাৰে। সিইতে আৰু এটা সিল এটা ডৰিত বান্ধে, তাৰ কাৰনে অতি বেগাই তল পাইগৈ। সাগৰৰ তলত টানকৈ সিলত লাগি থকা সামুকবোৰ একো দুখ নো হোআকৈ তুলি আনিবৰ নিমিত্তে হাতত চাল মেৰাই; কোনো সময়ত এবিধ অস্ত্ৰৰ দোআৰাই সিলৰ পৰা সামুক এৰুআই, বুৰিওআবিলাকে গাই পতি ডাঙ্গৰ জাল মোনা একোটা দিঘলকৈ লেজু লগাই ডিঙ্গিত আৰি লই, আৰু লেজুৰ ইটো মুৰ নাৱত লগাই থই; সিইতে সিলৰ পৰা জিবোৰ সামুক এৰুআই সেইবোৰ সেই মোনাতে ভৰাই; জেতিয়া তাৰ মোনা ভৰে, নাইবা সি উসাহ লবই খোজে, তেতিয়া সি সেই লেজু লৰাই দিএ, পাচে ওপৰত থকা মানুহে লেজুত বল দি বেগতে তাক ওপৰলৈ তোলে।

বুৰিওআবিলাকে এই দৰে সাজ পিন্ধি, দু কুৰি হাতলৈকে পানিৰ তলত সোমাই, আৰু সিইতৰ পানিৰ মাজত কিঞ্চিতো বৈ থকাৰ বেলি নাই, সেই কাৰনে তলি পোআ মাত্ৰকে অতি বেগাই পানিৰ মাজত চাৰিও ফালে সামুক বিচাৰি সিইতৰ হাতত জিমান আহে সিমু মোনাত ভৰাই দিএ।

বুৰিওআবিলাক জিমান দুৰ দলৈ জাওক, তেও তাত সুন্দৰ ৰুপে সহৰ পাই, তাত থকা সকলোকে দেখে। কোনো কোনো সময়ত সিইতক খাবলৈ জুগুত হোআ ঘৰ ভয়ঙ্কৰ মাচ দেখে; তেতিয়া সিইতে বেগতে বোকাৰে পানিবোৰ ঘুলি পেলাই, তথাপি তাতে সদাই ৰখ্যা ন পৰে। এই কৰমত জিমান সঙ্কট আছে, সেই আটাইৰে মাজত বৰ মাচবটো ভই প্ৰধান হই। তাত এবিধ মায়াপি লোক থাকে, সেই ভয়ানক মাচৰ মুখ বন্ধ কৰি ৰখা সিইতৰ কৰম, আৰু মায়াপিবিলাক নে থাকিলে, কোনো বুৰিওআ মানুহ পানিত নে নামে। সেই কৰমৰ নিমিত্তে সিইতে দিনে পতি প্ৰত্যেক নাৱৰ পৰা দহোটা দহোটা সামুক পাই; জেতিয়া মাচে বুৰিওআ মানুহক ধৰে, সিইতে আপোনাৰ দাই গুচাবৰ কাৰনে অনেক চতুৰালি কথা কই, আৰু সিইত বৰ কথকি হোআত, মানুহবিলাকক ভুলাবলৈকো বৰ বুধি জানে। জেতিয়া কাপ্তান ষ্টুআৰ্ট চাহাব তাত আছিল, তেতিয়া তেঁও অনেক বাৰ মায়াপিবোৰৰ প্ৰবঞ্চনা বুজাবৰ নিমিত্তে, এটা মাচ তেঁওৰ জাহাজৰ ওচৰলৈ আনি দেখাবলৈ সিইতত কলে। কিন্তু মায়াপিবোৰে বুলিলে, বোলে, জদ্যপি আমাৰ তেনে সক্তি আছেই, তথাপি ন কৰোঁ, কিয়নো মাচ চপাই আনিবলৈ আমাৰ কাম ন হই, দুৰ কৰিবলৈহে আমাৰ কাম। পাচে অলপ দিনৰ মুৰতে জি ঠাইত মানুহবিলাকে সামুক তুলিবৰ কাৰনে নামিবলৈ ধৰিছিল, সেই ঠাইতে ভয়ঙ্কৰ মাচ এটা দেখা হল; তেতিয়াই ষ্টুআৰ্ট চাহাবে মায়াপি এটাক মাতি ভাবি দি কলে, বোলে, জি ঠাই মোৰ মানুহে ঠিকনাকৈ লৈছিলে, আৰু সামুক বিচাৰিবলৈ নামিব লগা আছিল, এনে ঠাইলৈ জে মাচ আহিব দিয়, তোৰ ভই নাই নে? এই দৰে মোৰ অনেক টকাৰ হানি ন হই নে? তাতে সেই চলাকি মায়াপিএ কলে, বোলে, তুমি অনেক বেলি মোৰ সক্তি বুজিবৰ নিমিত্তে এটা মাচ দেখাবলৈ কৈছিলা; এতিয়া তোমাক সন্তোস কৰিবলৈহে এই মাচটো আহিবলৈ মই তাক অনুমতি দিলোঁ।

উত্তম ৰুপে বুৰিওআবোৰে একে উসাহে এডাৰ পোন্ধেৰে পল বেলিলৈকে পানিৰ তলতে থাকে; জিবোৰে সেই কৰম নকৈ সিকিচে, সেইবোৰো থকা আদ ডাবতকৈ তাকৰ ন হই। আৰু জিমান বেলিলৈকে পানিৰ তলত থাকে, তেতিয়ালৈকে উসাহ নো লোআকৈএ থাকে; সিইতে অনেক দিনৰ পৰা সিকি থাকিহে এই কঠিন কৰমত পাৰ্গত হই। উসাহ লব খুজিলে সিইতে হাত দুটাৰে নাৱত লগাই থোআ লেজু ৰৰকৈ লৰাই দিএ, তেতিয়া নাৱত থকা মানুহবিলাকে বল দি তাক নাৱলৈ তোলে; আৰু সেই দৰেৰে সামুকবিলাকো লৈ নাৱত থই; সিইতৰ এটা এটা মানুহে কোনো কোনো সময়ত পাঁচ স সামুক গোটাই তুলি আনে।

সকলো দেসত মুকুতা অতি বহু মুলিয়া বস্তু, এই কাৰনে সকলো ৰজা আৰু প্ৰধান লোকৰ মুকুতাই অলঙ্কাৰৰ মাজত প্ৰধান বুলি গনা হল। আগৰ কালত ৰুমিয়া ৰাজ্যৰ দিনত থকা মুলিয়চু কৈচৰৰ ৪,৮৪,৫৭০ টকা মূল্যৰ মুকুতা এধাৰ আছিল। আৰু ক্লিয়-পাত্ৰৰ মুকুতাৰে নিৰ্মান কৰা ১৬,১৪,৫৮০ টকা মূল্যৰ কানৰ কুণ্ডল আছিল। পূৰ্ব কালৰ পুথিত এনে আন বহু মুলিয়া মুকুতাৰ কথা লিখা আছে। তাকে জানি মাথিএ লিখা ১৩ আধ্যাৰ ৪৫, ৪৬ পদত চাই, আমাৰ প্ৰভু ত্ৰান কৰ্ত্তাৰ কথা বিবেচনা কৰা; তাতে লিখা কথা এই; "আৰু স্বৰগ ৰাজ্য উত্তম মুকুতা বিচাৰোঁতা এক মুদৈৰ নিচিনা হই; সি বহু মূল্য এটা মুকুতা পাই, পাচে গৈ আপোনাৰ জি জি সম্পতি সকলোকে বেচি, সেই মুকুতা কিনে"। অৰ্থাত, দিষ্টান্ত ৰুপে বহু মূল্য মুকুতা ৰুপ জি পৰিত্ৰান, তাকেহে পাবলৈ আমি ধন, সোন, বা সংসাৰিক সুখ এৰিব লাগিলে, জিমান বা হওক, তথাপি সেই মুদৈৰ নিচিনা অসিমা লাভ পাম। ম.

## বাতিৰাম প্ৰচাৰকৰ সান্তনা ৰুপে মৰন।

**Death of Batiram Dass Peck.**

সিৱসাগৰ জিলাত থকা খ্ৰিষ্টিয়ান মণ্ডলিৰ এজন অতি উত্তম আৰু মান্যৱন্ত ভাই, ২৮ মেই তাৰিখে ৰাতি পুআ ৪ বজাত, প্ৰভু য়িচুৰ চৰনত আনন্দে সয়ন কৰি মহা নিদ্ৰা গল। তেঁওৰ মৰনৰ কিছু দিনৰ পুৰ্বে, কোনো প্ৰিয় লোকৰ আগত আপোনাৰ মনৰ কথা প্ৰকাস কৰি কলে, বোলে, "মই মৰনলৈ ভই ন কৰোঁ, কিয়নো জি জনত মই বিস্বাস কৰিলোঁ, মোৰ সেই প্ৰিয় প্ৰভুএ আপোন তেজেৰে মোৰ সকলো অগনন পাপৰ মোচন কৰিলে। এতিয়া মই আসা কৰিছোঁ, আৰু অলপতে ইস্বৰৰ পৰম ধানত লোমাই, আব্ৰাহাম, ইচাক, আৰু য়াকোবৰ লগত ভাগ পাম। মই ইয়াতে বৰ দুখ পাইচোঁ হই, কিন্তু সেই ওপৰ পৱিত্ৰ থানত লোমালে মোৰ অনন্ত বিস্ৰাম হব।" তাৰ পাচত ওপৰলৈ চাই আপুনি এই গিত গান কৰিলে;

"প্ৰভুত মোৰ আছিল কেনে ৰঙ্গ,
প্ৰথমে পাই দৰ্সন!
অহ, কলৈ গল, সেই সুখৰ কাল!
মধুৰ জেন তাৰ স্মৰন!"

ইয়াকে গাই, ওচৰত থকা ভাইবিলাকত কলে, তোমোলাকে কিচুমান গান কৰা, কিয়নো মোৰ প্ৰভুৰ গান সুনিবলৈ মোৰ বৰ ইচা আছে।

ওহে মোৰ প্ৰিয় ভাই, জোআ স্বৰ্গধাম,
তাহাতে অনন্ত কাল কৰিও বিস্ৰাম;
দুখ আৰু ক্লেস একো ন হব স্বৰ্গত,
কেৱল নিৰ্মল সুখ হৈবেক মনত।
ন হব বেদনা আদি অসন্তোস মন,
সেহি থানে কোনো কালে ন হব ক্ৰন্দন;
প্ৰিথিৱিত জেন দুখ পাপৰ কাৰনে
তেনে ৰুপে চকু পানি নোলাব নয়নে।
নে দেখি কৰিলা জাক মনতে বিস্বাস,
এতিয়া তেঁওৰ সঙ্গে কৰিবা নিবাস;
পাপ হেতু ক্ৰন্দন কৰিলাহা জতেক,
তেঁৱে মচি গুচুআব চকুৰ লোতক।
তাৰ পাচে প্ৰভু সঙ্গে থাকি মহানন্দ,
হাতে বিন ধৰি কৰিবাহা ধন্যবাদ;
আৰু মধু স্বৰে ধৰি তেঁওক নিতে গান,
অমৃত নদিৰ জল কৰি থাকা পান।
ন কৰে প্ৰবেস আৰু তাত একো পাপ,
কোনো কালতো ন হব মনৰ সন্তাপ;
জিৱনৰ বৃখ্য আছে, নাহি আৰু সাপ,
সুৰ্জ নতু চন্দ্ৰৰো ন হব একো তাপ।
এহি ৰুপে সুখ তাত আছই অসেস,
তাহাক ভুঞ্জিয়া ভাই, হয়োক সন্তোস;
আমাৰ সান্তনা হেতু ইয়াকে লিখিলো,
স্বৰ্গত নে দেখোঁ মানে বিদাই মাগিলো।

ন. স. ৰ.





## খেহ্ আৰু অচম দেসৰ ইস্কুলৰ কথা ।

Chinese and Asamese Schools.

খেহ্ দেসৰ এই ইস্কুলৰ নকচা চোআচোন; চাতৰবোৰে মেজৰ ওচৰত চকিত বহি, পিৰাত ভৰি থৈ, বৰ এলেহুআ ভাৱে আছে। সিইঁতৰ পুথিবোৰ আগতে পৰি আছে, সোঁ হাতে কাপ মৈলাম থাকে। ওজা এক্কলিয়া হৈ বহি, চাতৰ এটাৰ পাঠ চাইচে। চাতৰে পাঠৰ মহলা দি তাৰ বহা ঠাইলৈ গৈচে বুলি, নকচা চাই ভাবিব পাৰা, কিন্তু তেনে ন হই; সি এতিয়া ওজাৰ আগত পাঠৰ মহলা দি আছে। খেহ্ দেসৰ ইস্কুলত ওজাক পাঠৰ মহলা দিয়াৰ সময়ত চাতৰে ভেঁওলৈ পিঠি দি বিমুখেহে থাকে; সমুখে থাকি পাঠ গালে কি জানি চাতৰে ওজাৰ পুথিতে চলকৈ চাই, এই আসঙ্কাৰে পিঠি পাচকৈ থাকিব দিএ। পুথি নো চোআকৈ আওৰোআ পাঠ গালোঁ, খেহবিলাকে এনেকৈ নু বুলি, এই দৰে কই বোলে, পুথিক পাচ কৰালোঁ। ওজাক পাঠৰ মহলা দিওতে গাটো হালি জালি বৰ বেগিকৈ মাতে; বহি থকা চাতৰবোৰেও বৰ মাতেৰেহে পৰ্হে; পৰ্হোতে এনে বৰ সবদ ন হলে সিবিলাকে ভাল নে পাই।

এই ৰুপে আমাৰ অচম দেসৰো কোনো কোনো ইস্কুলত অনুচিত আচৰন আছে। কেতেবোৰ ওজাই দৰমহা খাই প্ৰবৰ্ত্তি থাকে হই, কিন্তু চাতৰবিলাকৰ গিয়ান বিদ্যা কি ৰুপে বাৰ্হিব, তালৈ সিইঁতে একো স্ৰুম ন কৰে। কোনো কোনো ওজাই কেৱল বৰ লোকৰ লৰাকহে আস্তিককৈ পৰ্হাই; সামান্য মানুহৰ লৰাত মন নি দিএ। কোনো ওজাই বৰ এলাহত থাকি চাতৰ এটাৰ দোআৰাইহে লৰাবোৰক পৰ্হাই; আৰু পৰ্হাসালিসৈকো পলমকৈহে আহে, জাঁওতে সোন কালে জাই; জদি কোনো চাতৰক হাজিৰ নে পাই তাৰ কাৰনো নি বিচাৰে। আৰু কোনো কোনো ওজা আপুনি অগিয়ানি হোআৰ নিমিতে বিদ্যা উত্তম ৰুপে সিকাবই নোআৰে, আৰু সিকিবলৈকো মন ন কৰে। ইয়াত বাজেও অতি অসন্তোসৰ কথা এইটোহে, জে পিত্ৰি মাত্ৰিয়েও তাৰ আপোন সন্তানবিলাকক লিখা পৰ্হাৰ উপাই নি দিএ। খেহ্ দেসতো গিয়ান বৰকৈ বৰ্হা নাই; আৰু আমাৰ অচম দেসতো জেতিয়ালৈকে ওজাবিলাকে সিইঁতৰ ইস্কুলবোৰ উত্তম হবলৈ অধিক স্ৰুম ন কৰে, তেতিয়ালৈকে গিয়ান অধিককৈ নে বাৰ্হিব। জগতৰ মাজত জি আটাইতকৈ উত্তম দেসবিলাক আছে, তাত তিৰি পুৰুস প্ৰাই সকলো প্ৰজাৰ লিখা পৰ্হাৰ গিয়ান আছে; কিন্তু আমাৰ এই দেসত অসংখ্য লোকে বিদ্যা নি সিকাকৈ আয়ুস নিয়াইচে। ম.

## য়োচেফ, নতু ভোজৰ কথা।

Lesson XVII.—Joseph or the Feast.

ভায়েকবিলাকে এতিয়া সিবিলাকৰ পিত্রি বুৰা য়াকোবক বুজাই ৰৰাই একো উপাইৰে বেনিয়ামিনক নিব নোঅৰা হেতুকে সিবিলাক কিনানতে থাকিব লগিয়া হল। সিবিলাকে মিস্রে আটাই খিনি সহ খাই চুকালে, আৰু পথাৰতো নাই, সিবিলাকে এতিয়া আহাৰৰ নিমিত্তে কি কৰিব?

সিবিলাক জেনে ভোকেৰে আচিল, ইয়াকে য়াকোবে দেখি সেসত বুলিলে, আৰুও আমালৈ কিচু সহ কিনি আনাগৈ।

তেতিয়া সিবিলাকে কলে, বোলে, বেনিয়ামিনক আমাৰ লগত ন পঠিয়ালে আমি তালৈ জাব নোআৰোঁ, কিয়নো সেই সহ বেচা মানুহে আমাক কৈচিলে, বোলে, আমি জদি ভাইক আমাৰ লগত লৈ নে জাঁও, তেন্তে আমি তেঁওৰ মুখকে দেখিবলৈ নে পাম। এই কাৰনে এতিয়া তুমি জদি ভাইক আমাৰ লগত পঠিওআ, তেন্তে আমি জাব পাৰিম, ন পঠিয়ালে আমি জাব নোআৰোঁ।

তেতিয়া য়াকোবে এই কথা সুনি বৰ অসন্তোস মনেৰে সিবিলাকত কলে, তইঁতে সেই মানুহৰ আগত আৰু এটা ভাই আচে বুলি কৈ মোলৈ এই কুকৰম কিয় কৰিলিহঁক?

তেতিয়া ভায়েকবিলাকে উত্তৰ দি কলে, সেই মানুহে আমাক ইমানকৈ সুধিচিলে, বোলে, তোমোলাকৰ পিত্রি এতিয়ালৈকে জিয়াই আচে নে? তোমোলাকৰ আৰু আন ভায়েৰ আচে নে? তেঁও আমাৰ ভাইক আনিবলৈ কব বুলি আমি কেনেকৈ জানিম?

তথাপি য়াকোবে বেনিয়ামিনক এৰি দিবলৈ ইচা ন কৰিচিল। য়িহুদা নামে আন এজন ভায়েকে কলে, বোলে, তুমি জদি তাক নিব দিয়া, তেন্তে মই তাক সাৱধানে নিম, মই তাক তোমালৈ ওভোতাই আৰুও আনিবলৈ অঙ্গিকাৰ কৰিচোঁ, আৰু তাক জদি মই নানোঁ, তেন্তে তোমাৰ আটাই দোসৰ ভাৰ মোৰ গাতে পৰিব। কিয়নো তুমি তাক আমাৰ লগত ন পঠিয়ালে, আমি আৰু আমাৰ সকলো লৰা চোআলিএ সতে ভোকতে মৰিমহঁক।

য়াকোবে তাক ৰাখিবৰ আৰু একো উপাই নে দেখি, ভাবিলে, আমি সকলো আৰু বেনিয়ামিনো ভোকতে মৰিব লাগিব, ইয়াকে জানি তেঁও য়িহুদাৰ হাতত বেনিয়ামিনক সোধাই দিলে।

কিন্তু সেই মানুহ জন সিবিলাকলৈ নির্দয়ালু হোআ দেখি সিবিলাকে ধন চুৰ কৰি নিচেহি বুলি তেঁও কব, ইয়াকে ভাবি য়াকোবে ভই কৰিচিলে। এই হেতুকে তেঁও সেই মানুহলৈ সিবিলাকক অলপ ভেঁটি গোটাই লবলৈ কলে।

সিবিলাকে এতিয়া তেঁওলৈ কি ভেঁটি লব? সিবিলাকৰ বাৰিত ফুল আৰু গুটি আচিলে।

য়াকোবে সিবিলাকক বুলিলে, তোমোলাকে সেই মানুহক ভেঁটিবলৈ গচৰ পৰা চিনি বাদাম আদি গুটি আৰু গন্ধৰস, আৰু মৌ কিচু কিচু লোআ।

সেই মানুহ জন বৰ চহকি আৰু তেঁওক একো নে লাগে, কিন্তু সেই ভেঁটিৰেই সিবিলাকে তেঁওক সন্তোস কৰিবলৈ আহিচে বুলি জানিব।

ইয়াৰ বাহিৰেও য়াকোবে কলে, আমালৈ আৰু অধিক সহ কিনিবৰ কাৰনে তোমোলাকৰ হাতত দোজোঁখা ৰূপ লোআ, আৰু তোমোলাকৰ মোনাত জি ৰূপ উভতি আহিচে, তাকো, আৰু তোমোলাকৰ ভায়েৰ বেনিয়ামিনকো লৈ আৰুও সেই মানুহৰ ওচৰলৈ জোআহঁক।

য়াকোবে এই কথা কলতেই, তেঁওৰ মন দুখেৰে পুৰ হল।

তেতিয়া য়াকোবে আঁঠু পাৰি ইশ্বৰলৈ এই প্রার্থনা কৰিবলৈ ধৰিলে, সকলোৰে ওপৰত থকা সক্তিমন্ত ইশ্বৰে তোমোলাকক সেই মানুহৰ অনুগ্রহ পোআ কৰোক, জেন সেই মানুহে তোমোলাকৰ ভাই চিমিওনকে আৰু বেনিয়ামিনকে আপুনি ঘৰলৈ এৰি দিএ। য়াকোবে এই প্রার্থনা কৰিচিল।

য়াকোবে এতিয়া বুলিলে, বোলে, মই জদি পুত্ৰ হিন হব লগা আছে, তেন্তে পুত্ৰ হিন হম।

য়াকোবে তেঁওৰ প্ৰিয় পুত্ৰ বেনিয়ামিনক বিদাই দিওতে ভাবিবলৈ ধৰিলে, বোলে, আগেএ এবেলি য়োচেফক সুন্দৰ চোলা পিন্ধাই, তেঁওৰ ভাইবিলাকক বিচাৰিবলৈ পঠিয়াওতে মোৰ পৰা সি নিলগ হল, আৰু কেতিয়াও উভতি নাহিল।

য়াকোবে এতিয়া হলে তেঁওৰ পুত্ৰ বেনিয়ামিনক আৰুও নে দেখিম বুলি ভই কৰিচিলে।

তেতিয়া ভায়েকবিলাকে সুদা মোনা, গাধবোৰ, ভেটিৰ বস্তু, আৰু দোজোখা ৰূপ, আৰু য়িহুদাই বেনিয়ামিনকো লগত লৈ গল।

এই ৰূপে সিবিলাক সকলোএ সিবিলাকৰ প্ৰিয় বুৰা পিত্ৰিৰ আৰু তিৰোতা লৰা চোআলিবোৰৰ পৰা নিলগ হৈ ওলাই গল।

সেই দিনত সিবিলাক সকলোএ মনত বৰ অসন্তোস পাইচিলে; কিয়নো সিবিলাক জেতিয়া মিচৰ দেস পাবগৈ, তেতিয়া কি জানি সিবিলাকক চোৰৰ দৰে ধৰি নিব বুলি ভাবি ভই কৰিচিলে।

সেসতে সিবিলাকে মিচৰ দেস পাই, জতে য়োচেফে সহ বেচি আচিল, তাতে সিবিলাক আহি থিয় হলত, তেঁও সিবিলাকক দেখিলে। আৰু সিবিলাকে সৈতে বেনিয়ামিন আহিচে নে নাই অহা, ইয়াকে তেঁও চাবলৈ ধৰিলে, পাচে তেঁও তাক চাই দেখি মনত কেনে আনন্দ পালে!

য়োচেফে দেখোঁতে আগেএ বেনিয়ামিন সৰু কেঁচুআ লৰা আচিল, তথাপি এতিয়া য়োচেফে সেয়ে বেনিয়ামিন হই বুলি চিনি পালে।

তেঁওৰ ভায়েকবিলাকক তেঁও দেখিলতেই সিদ্ধে তেঁওৰ প্ৰধান বন্দি ঘৰ গিৰিক মাতি কলে, বোলে, এই দহ জন মানুহক মোৰ ঘৰলৈ লৈ জা, আৰু বৰ ভোজ জুগুত কৰগৈ, কিয়নো সিবিলাকে আজি ময়ে সৈতে ভোজন কৰিব লাগে।

য়োচেফে তেঁওৰ বন্দিত জি কৈচিল, তাক ভায়েকবিলাকে মু সুনিলে। কেৱল বন্দি আহি সিবিলাকক তাৰ লগত জাবলৈ কোআত সিবিলাক গল। এই ৰূপে সিবিলাকক সি য়োচেফৰ আপোনাৰ এটা সুন্দৰ ঘৰলৈ লৈ গল। তথাপিও ভায়েকবিলাকে তাত সন্তোস ন হৈ বৰ ভইহে কৰিচিলে।

তেতিয়া ভায়েকবিলাকে ইটে সিটে কোআ কুই কৰিবলৈ ধৰিলে, বোলে, আমাক এতিয়া বন্দিসালত ৰাখিব, আৰু তাতে আমি আৰু আমাৰ গাধবোৰেও মিচৰত অতি কঠিন কাম কৰি থাকিব লাগিব।

তাৰ পাচে সিবিলাকৰ দুখিতমই হোআ পিত্ৰিৰ কেনে অৱস্থা হব, ইয়াকে সিবিলাকে ভাবিবলৈ ধৰিলে।

জেতিয়া সিবিলাকে ঘৰৰ দুআৰ মুখ পালেগৈ, তেতিয়া সিবিলাকে ঘৰ গিৰিত কলে, বোলে, হে দেও, আমি আগেএ ইয়াত সহ কিনিবলৈ আহোঁতে ধন দি গৈচিলোঁ; কিন্তু আমি ঘৰলৈ গৈ আমাৰ জোলোঙ্গাবোৰ মেলিলত তাতে আমি ধন পালোঁ, আৰু সেই ধনকে আমি এতিয়া ওভোতাই আনিচোঁ; আৰু সহ কিনিবলৈকো আমি দোজোখা ৰূপ লৈ আহিচোঁহঁক; কিন্তু সেই ধন আমাৰ জোলোঙ্গাত কোনে সুমাই দিলে, তাক আমি কব নোআৰোঁ।

সেই ধন সিবিলাকে ওভোতাই অনাৰ কাৰনে অতি ভাল কৰিলে; কিয়নো সিবিলাকে এবেলি চুৰ কৰিচিলে। এতিয়া হলে সিবিলাকে স্বৰূপ কথা কৈচে, কিন্তু আগেএ হলে মিচা কথা কৈচিলে।

তেতিয়া সেই বন্দিএ সিবিলাকক অতি দায়ালু ৰূপে উত্তৰ কৰি কলে, তোমোলাকৰ পিত্ৰিৰ ইশ্বৰ আচে, ভই ন কৰিবা; সেই ধন তোমোলাকৰ পিত্ৰিৰ ইশ্বৰেহে তোমোলাকৰ জোলোঙ্গাবোৰত ভৰাই দিলে।

তোমোলাকে এতিয়া চোআ, সেই বন্দিএ ইশ্বৰৰ বিসয়েও জানে। তাক ইশ্বৰৰ বিসয়ে কোনে সিকালে বুলি ভাবিচা? জি জি লোক মিচৰত থাকে সেই সকলোএ মূৰ্ত্তিবোৰক সেৱা

পূজা কৰে। জি জনে তেঁওৰ বন্দিক সিকালে, তেঁও য়োচেফ হব পাই; কাৰন সেই দেসৰ মাজত অকল তেঁওহে মাথোন স্বৰুপ ইশ্বৰক জানিছিলে।

ভায়েকবিলাকক বন্দিসালত থোৱা ন হই, কিন্তু সুন্দৰ ঘৰত মাথোন ভোজনহে কৰিব লাগিবগৈ, ইয়াকে সিহঁতে জানি, সিবিলাকে কেনে আনন্দ পাইছিলে! সেই মানুহ জনক কিহে ইমান দায়া বৰ্ঢ়াইছিলে? তাৰ কাৰন সিবিলাকে নে জানিলে।

সিবিলাক ৰৈ থাকোঁতেই সেই বন্দিএ দুখিত চিমিওনক বন্দিসালৰ পৰা সিবিলাকৰ লগলৈ আনিলেগৈ। তেঁওক বহু দিনলৈ বন্ধ কৰি ৰাখিছিলে। মই আসা কৰিছোঁ, তেঁওক বন্দিসালত ৰাখোঁতে য়োচেফক গাঁতত পেলোৱাৰ বিসয়ে ভাবিছিলে।

সেই বন্দিএ সিবিলাকত দুপৰ ন হই মানলৈ ভোজ জুগুত ন হব বুলি কৈছিলে, আৰু সিবিলাক ৰৈ থকাত বন্দিএ ভৰি ধুবলৈ পানি, আৰু সিবিলাকৰ ভাগৰুৱা গাধবোৰৰ কাৰনে কিছু কিছু আহাৰো আনি দিলে।

তেতিয়া ভায়েকবিলাকে কলে, বোলে, অধিকাৰ আছে মানে আমি আমাৰ ভেঁটি জুগুত কৰোঁ আঁহা।

এই ৰুপে সিবিলাক গৈ গন্ধৰস, বটন, বাদাম, গুগুল, আৰু মৌ, এই সকলোকে জুগুত কৰিলেগৈ।

পাচে য়োচেফ সহ বেচি ঘৰলৈ আহিলত, ভায়েকবিলাকে হাতত আপোন আপোন ভেঁটি আনি তেঁওক মাটিত পৰি প্ৰনাম কৰিলেহি। তেঁও সপোন দেখোঁতে আগেএ জি ৰুপে এঘাৰেটা মুটিএ তেঁওৰ মুটিক প্ৰনাম কৰিছিলে, সেই ৰুপে এতিয়া এঘাৰে জন ভায়েকে তেঁওক পৰি প্ৰনাম কৰিলে।

এই বাৰ হলে সিবিলাক কেনে আছে, তাকে য়োচেকে দায়ালু ৰুপে সুধিলে। কিন্তু অধিককৈ তেঁওৰ প্ৰিয় পিত্ৰি কেনে আছে, ইয়াক জানিবলৈ বৰ ইচা কৰিছিল।

তেঁও সিবিলাকত সুধিছিল, বোলে, তোমোলাকে জি বুঢ়া বাপেৰৰ কথা কৈছিলা, তেঁও এতিয়ালৈকে জিয়াই আছে নে?

সিবিলাকে বুলিলে, হই, আমাৰ পিত্ৰি এতিয়ালৈকে জিয়াই ভালে আছে; পাচে সিবিলাকে এনেকৈ কৈ পৰি প্ৰনাম কৰিলে।

তাৰ পাচে য়োচেকে জেতিয়া বেনিয়ামিনক দেখিলে, তেতিয়া তেঁও তাৰ ডিঙিত লাবট মাৰি ধৰি চুমা খাব খুজিছিল; কিন্তু তেঁও তেনে ন কৰি সুধিলে মাথোন বোলে, তোমোলাকে জি সৰু ভায়েৰৰ কথা মোত কৈছিলা, সেইটো এয়ে হই নে?

আৰু তেতিয়া তেঁও এই চুটি প্ৰাৰ্থনা কৰিলে, হে মোৰ বাপা, ইশ্বৰে তোমালৈ অনুগ্ৰহ কৰোক।

জেতিয়াই য়োচেকে এই কথা কলে, তেতিয়াই তেঁওৰ চকুৰ লো বৈ আহিব বুলি জানি, আৰু ক্ৰন্দন সহিব নোৱৰা হেতুকে তেঁও সিহঁতে সেই খোঁটালিৰ পৰা গৈ, আপোনাৰ খোঁটালিৰ দুআৰ মাৰি তাতে তেঁও আপুনি ক্ৰন্দন কৰিলে। তেঁও বৰ কোমল চিত্তেৰে মানুহ আছিল, আৰু তেঁও এই সৰু ভায়েকটিক অধিক প্ৰিতি কৰিছিলে।

জি কাৰনে তেঁও তাক প্ৰিতি কৰিছিলে, ইয়াৰে এটা কাৰন আছে, বেনিয়ামিন হলে য়োচেফৰে একে মাইকি ৰাহেলৰ পুতেক; কিন্তু আনবিলাক হলে লিয়াহ নামে মাহি মাকৰ পুতেক আছিলে। কাৰন য়াকোবৰ দুজনি তিৰোতা আছিল, ইয়াকে তোমোলাকে জানা।

এতিয়া ভোজ জুগুত হোৱাৰ নিমিত্তে য়োচেক খোঁটালিৰ ভিতৰত নে থাকিল, কিন্তু কোনো মানুহে জেন তেঁও ক্ৰন্দন কৰিছেগৈ বুলি নে জানে; এই কাৰনে তেঁও প্ৰথমে মুখ ধুই ওলাই আহি আনন্দ মনেৰে চাই বন্দিক ভোজ বাৰ্ঢ়িবলৈ দিলে।

জি খোঁটালিত সিবিলাকে ভোজন কৰিব, তাতে তিনি খন মেজ আছিল। য়োচেকৰ কাৰনে এখন; কিয়নো তেঁও সদাই অকলেই এখন মেজত খাই, ভায়েকবিলাকৰ কাৰনে

এখন, আৰু আন এখন তেঁওৰ বন্দিএ খাবৰ নিমিত্তে আছিল।

য়োচেফে সিবিলাকৰ বয়সৰ দৰে সিবিলাকক বহুআলে, আৰু বেনিয়ামিনক তেঁও আটাইৰে শেষত বহুআলে। কোন জন ডাঙ্গৰ কোন জন বা সৰু ইয়াকে য়োচেফে জানি বহুওআ দেখি, ভায়েকবিলাকে বৰ বিস্ময় মানিলে, কাৰন মানুহ কিমান বয়সিয়া হয় ইয়াক জানিবলৈ বৰ কঠিন; কিন্তু য়োচেফে হলে সিবিলাকে জনাতকৈও উত্তম ৰূপে জানিলে।

এতিয়া সিবিলাক সকলোএ ভোজনত বহিল। সিবিলাকে বহু দিন এনে ভোজন কৰিবলৈ পোআ নাই, আৰু সিবিলাকে ভাগৰ, ভোক পিয়াহ আদি অনেক দুখেৰে আহিছিল। য়োচেফে তেঁওৰ মেজৰ পৰা সিবিলাকলৈ উত্তম উত্তম বস্তু পঠাই দিএ; কিন্তু আনবিলাকতকৈ তেঁও বেনিয়ামিনলৈ পাঁচ গুনে অধিক পঠাই।

য়োচেফে বেনিয়ামিনলৈ সৰহ ভাগ পঠিওআ দেখি ভায়েকবিলাকে তাক খিয়াল কৰিছিলে নে? ন হয়, সিবিলাকে নাই কৰা। সিবিলাকে আগেএ য়োচেফক খিয়াল কৰিছিলে হয়, কিন্তু এতিয়া খিয়াল কৰা নাই। তেতিয়া কেৱল সিবিলাকে মাধোন তেঁৱে সৈতে খাই বৈ আনন্দহে কৰিছিলে।

য়োচেফে আটাইকে দেখিবলৈ পোআৰ নিমিত্তে তেঁওৰ আনন্দৰ সিমা নাই কিয়া হৈছিল। সিবিলাকে হলে তেঁওক আগেএ গাঁতত পেলাই দি একেবাৰিও নি দিয়াকৈ খালে। তথাপি তেঁও সিবিলাকলৈ তেনে ন কৰি, কিন্তু বেয়াৰ পৰা ভালহে কৰিলে।

আমাৰ প্ৰভু য়িচু খ্ৰিষ্টৰ অহিতে দুষ্ট লোকবিলাকে বিৰোধ আচৰাতো, তেঁও সিবিলাকলৈ কেনে দয়ালু হৈছিল, তাক তোমোলাকে জানা। আমি ইশ্বৰৰ বিৰোধে অনেক অনেক অপৰাধ কৰি আছোঁ, তথাপিও তেঁও আমাক সৰ্ব্বদাই দায়া কৰি আছে। কোনো লৰা জদি তোমালৈ নিৰ্দয়ালু হয়, তেন্তে উত্তম্তি তুমিও তালৈ নিৰ্দয়া আচৰন কৰিবা নে? আৰু তোমাৰ তাঁয়াৰ জদি এটা পিঠা থাকে, সি জদি তোমাক একেবাৰিও খাবলৈ নি দিএ, আৰু পাচে জদি তুমিও এটা পোআ, তেন্তে তুমি তাক দিবা নে নি দিবা? তোমোলাকে কেতিয়াও তেনে কৰিব নে লাগে, কিন্তু য়োচেফ জেনে আছিল, তেনে হব লাগে; আৰু জিবিলাক তোমালৈ নিৰ্দয়ালু হয়, সেইবিলাকলৈ দয়ালু হব লাগে।

ৰ.

---

## কন্‌স্তাণ্ঠিয়চ ৰজাই খ্ৰিষ্টিয়ান লোকক পৰিখা কৰি প্ৰতিফল দিয়া কথা।

A Tale of Constantius.

কন্‌স্তাণ্ঠিয়চ নামেৰে ৰুমিয়া মহা ৰজাই এক দিনৰ ৰাতি পুআ হায়া খাবৰ নিমিত্তে কাঠনি বাৰিৰ এটা সৰু বাটে দি জাঁওতে, অকস্মাতে মানুহৰ মাতৰ নিচিনা এটা সৰু সবদ তেঁওৰ কানত পৰিল; তথাপি এনে কোমল হোআত প্ৰায় উমান ধৰিব নোআৰিছিল, তেঁও বিস্ময় মানি সেই মাত কিহৰ হয়, তাক জানিবৰ নিমিত্তে মনে মনে আগলৈ গৈ আছিল। পাচে বাটৰ একালে থকা জাৰনিৰ মাজৰ পৰা এজুম মানুহৰ গিত গোআ মাত সুনি, তেঁও মন দিলত এনে কথা সুনিলে;

“য়িচু ত্ৰান কৰ্ত্তা, জিৱনৰ অধিকাৰ,
তজু ক্ৰিত দাস আমি, অধিনো তোমাৰ;
ক্লান্ত হোআ দুখ কৰোঁ স্ৰম অভিলই,
আমাৰ সাধ্যাতে থাকি হয়োক আস্ৰই;
সোনিত ওলোআ দুখে, নতু কুসলতে,
নিজ জাক সঙ্গে থাকি ৰাখিও সঙ্কটে,
প্ৰিয় ত্ৰান কৰ্ত্তা প্ৰভু, আমাক নেৰিবা,
আপোনাৰ স্বৰ্গ ৰাজ্যে লেগে তুলি নিবা;
তাহাতে পেলাই তজু পাৰত কিৰিটি,
তোমাক কৰিবো জয়ধনি আৰু স্তুতি।
তোমাৰ নিমিত্তে কৰোঁ জিৱন ধাৰন,
দুখ অস্ত্ৰ আদি লৈছোঁ, তোমাৰ কাৰন;
হে ত্ৰানৰ ৰজা! আমি অধিন আপোনাৰ,
অন্য কোনো নাহিহে আমাৰ অধিকাৰ।”

এই কথা সুনি ৰজাই বিস্মই মানি, নগৰ মন্ত্রিত সুধিলে, ই কেনে কথা! সৈন্যবিলাকৰ মাজত কোনো ৰাজ দ্রোহি আছে নে? "হে ত্রানৰ ৰজা আমি অধিন আপোনাৰ; কোনো অন্য নাহি, হে আমাৰ অধিকাৰ," এই জি কথা সুনিলোঁ; ইয়াৰ কি অর্থ? মন্ত্রিএ সমাদৰকৈ উত্তৰ দি কলে, বোলে, ইবিলাক ভুলত পৰা খ্রিষ্টিয়ান লোক এছুম; এতিয়া সিবিলাকে আপোনাৰ পুজা বেলাৰ সেৱা কৰিবলৈ এই নির্জ্জান ঠাইত গোট খাইচে, ইয়াক মহা ৰজাই নে জানে নে? ৰজাই কলে, তথাপি সিবিলাকে কোনো অধিকাৰৰ কথা কৈচে, আৰু কেৱল তেঁওৰ অধিন হবলৈহে থিৰ মন দেখাইচে। অহ! এনে ভুলত পৰা লোকক দমিচিয়ান, ত্রেইজান আদি আন আন ৰজাবিলাকে দেসৰ দেও দেবিলৈ বলি ৰুপে উচৰগ কৰিচিলে। ৰোম নগৰ ৰাখিবৰ নিমিত্তে অস্ত্র লবলৈ এনে লোকবিলাকত আমি বিশ্বাস কৰিব নোআৰোঁ; সিবিলাকলৈ সাৱধান হব লাগে, জানো আমাৰ সৈন্যবিলাকক কুমতি দিয়াৰ। তেতিয়া মন্ত্রিএ উত্তৰ দি কলে, হে মহা ৰজা, তেনে ন হই; ভুলত পৰা হলেও, তথাপি সিবিলাকতকৈ সাহিয়াল বা ৰজাৰ মহিম্যালৈ উচাহি বিশ্বাসি সৈন্যবিলাকৰ মাজত এনে কোনো আন মানুহ নাই। ৰজাই কলে, তেন্তে আমি দেখিমইক; কাইলৈ সিবিলাকে সাৱধান হওক; ইয়াকে কৈ জাবনি বাৰি এখি মনতে ভাবি চিন্তি ৰজাৰ আপোনাৰ হাউলিলৈ উলটি আহিল। সেই দিনৰ মাজত ৰজাৰ ঘৰৰ ওচৰ এঠাই থিৰ কৰিবলৈ লোকে লৰা সৰিকৈ ওৱে দিনটো ধুম কৰা দেখা গল; কিন্তু তাৰ হেতু কোনেও নে জানিলে; আৰু ৰৰ চাক সাজি তাৰ ওপৰত কমিয়াৰ দেও দেবিৰ মুর্ত্তিবিলাক থোআ হল; আৰু সিবিলাকক উজ্বলিত দেখাবলৈ অনেক খৰচ কৰিলে, কিন্তু কি ঘটিব তাক জানিবলৈ লোকৰ মন উচাহ কৰা হল, তথাপি ৰজাই সকলোকে আপোনাৰ মনত গুপুতে ৰাখিলে। পাচ দিনৰ পুজা বেলা হেজাৰ হেজাৰ সৈন্যবিলাক ৰজাৰ আগ্যা সুনিবৰ নিমিত্তে অনা হল; তেতিয়া মন্ত্রি লোক জুমে জুমে গৈ ৰৰ মাতেৰে এই কথা সুনালে, বোলে, আজিৰ দিনত কনষ্টাণ্টিয়চ মহা ৰজাই দেও দেবিবিলাকৰ সেৱা পুজা কৰিবলৈ আগ্যা দিচে। সেনা সেনাপতি সকলোএ সাধ্যাত হওক, কোনো মানুহ জদি সেৱা পুজা ন কৰিব, তাৰ বিসই মর্জ্জতা হানি হৈ, সৈন্যৰ মাজৰ পৰা নাম কটা জাব; এনে আগ্যা কনষ্টাণ্টিয়চে প্রকাস কৰিচে।

এনে কথাত খ্রিষ্টিয়ানবিলাকৰ মাজৰ কেতবোৰে ৰৰ দুখ পালে, আনবোৰে পৰম ইশৰত বিশ্বাসি হৈ ভই ন কৰিলে, তথাপি কি ঘটিব তালৈ ৰৰ চিন্তা কৰিলে; কিয়নো যিচু খ্রিষ্টৰ কাৰনে খ্রিষ্টিয়ানবিলাকৰ তেজ নদি ৰুপে বোআ গল, এই কথা পিত্রিবিলাকৰ মুখৰ পৰা সিইতে অনেক বাৰ সুনিচিলে; আৰু কি জানি পুনৰাই এনে তাৰনাৰ দিন চাপিচে বুলি ভাবিলে। খ্রিষ্টিয়ানবিলাকৰ মাজত কোনোএ এনে পৰাক্রমি ৰজাক বিতুষ্ট কৰিবলৈ, বা তেঁওৰ খঙ তোলাবলৈ ভই কৰি, আপোনাৰ দোসাদোস গিয়ানেৰে ৰজাৰ অনুগ্রহ কিনিবৰ মন হোআতে আপোনাৰ প্রভুক বেচিলে। কিন্তু প্রাই সকলো, অর্থাত জিবিলাকে নম্র ৰুপে প্রভু যিচু খ্রিষ্টত আস্রই ললে, সিবিলাকে প্রভুৰ নিমিত্তে সকলোকে এৰিবলৈ মন থিৰ কৰিলে; সিইতে বেচিএ বেচিএ নির্জ্জান ঠাইত প্রার্থনা কৰিবলৈ গৈ, এনে কঠিন পৰিখা সহিবলৈ সক্তি পালে।

পাচে পুজা কৰাৰ কাল আহিল, আৰু তেতিয়া বাদ্য বজোআ হল, তেতিয়া সৈন্য সকল চাকৰ চাৰিও কালে গোট খাই মুর্ত্তিবিলাকলৈ একে ঠৰে চাই থাকিল। আৰু তেতিয়া দিঘল বর্গা বস্ত্র পিন্ধা এজন পোৰোহিত চাকত উঠি মুর্ত্তিৰ ওচৰলৈ আহি আৰ কাপৰ গুচাই দিলে, তেতিয়া সকলো মনে মনে থাকি পোৰোহিতে জি পুজা কৰিব, তাতে সকলোএ আঁঠু পাৰি সেৱা কৰিব লাগে। কিন্তু কনষ্টাণ্টিয়চৰ নামেৰে এনে আগ্যা প্রকাস কৰা মন্ত্রিৰ মাত সৈন্যৰ মাজত সুনা গলত, অকস্মাতে সৈন্যৰ

মাজৰ পৰা এক জুম ওলাই, বৰগলৈ চাই আনন্দ মুখেৰে কিচুমান ছহকি গৈ থিয় হৈ থাকিল। ৰজাই জি দুখ সুখ দিব পাৰে, এই সকলৰ দোআৰাই সিবিলাক অবিস্বাসি হৈ প্ৰভুক অমৰ্য্যতা কৰিব নোআৰে, এনে থিৰ মন আছিল; তথাপি আনবিলাকে সংসৰ্গ কৰি অধিক মনেৰে এই ফালে সেই ফালে চাই, আপোনাৰ ইস্বৰক আসৈ কৰাতকৈ, ৰজাক বিতুষ্ট কৰিবলৈ তই কথা হেন দেখালে; আৰু ৰজাই দিয়া সুখৰ নিমিত্তে আপোনাৰ দোসাদোস গিয়ানৰ বিৰোধে কৰিলে। সেই সময়ত ৰজা আপুনি কোনো ওখ ঠাইত সকলোকে ভালকৈ চাবৰ নিমিত্তে ৰহিলহি। সেসতে পোৰোহিতে পুবলৈ মুখকৈ, হাত ওপৰলৈ দাঙ্গি বৰকৈ প্ৰাৰ্থনা কৰি মুৰ্ত্তিৰ আগত উবুৰি হৈ পৰিল; তাতে থাকিবি যোআ এজুম খ্রিষ্টিয়ানত বাজে আৰু সকলোএ পোৰোহিতৰ নিচিনা কৰিলে। কিন্তু সিবিলাকে চকু ওপৰলৈ তুলি একে ঠৰে চাই আনন্দ মনেৰে থিয় হৈ থাকিল; তাতে ৰজাই সিহঁতৰ কোসৰলৈ আহি সুধিলে, কমিয়াবিলাকৰ দেও দেবিক সেৱা কৰিবলৈ ৰজাই জি আগ্যা দিলে, তাক কিয় নে মানা? সিহঁতে উত্তৰ দিলে, বোলে, আমাৰ ৰজাক সকলো তাৰে মানিবলৈ ইচা হলেও, তথাপি জি জনে স্বৰগ, প্ৰিথিবি, আৰু সকলো বস্তু স্রুজিলে, আৰু জি জনে তেঁওৰ পুত্ৰ খ্রিষ্টৰ মৰনৰ দোআৰাই প্ৰাচিত্ত কৰি আমাক নৰকৰ পৰা উধাৰ কৰিলে, সেই নিৰাকাৰ সৰ্ব্বসক্তিমান প্ৰভু পৰম ইস্বৰকহে সেৱা কৰিবলৈ আমাৰ আৱস্যক আছে। কিন্তু জদি ৰজাই আমাৰ বিসই আদি কৰি সকলোকে গুচাই, আৰু দেও দেবিৰ আগত বলি ৰুপে ঠিৰগো কৰে, বা বনৰিয়া জন্তুৰ দোআৰাই আমাক নষ্টও কৰে, কৰোক; তথাপি স্বৰগত থকা আমাৰ পিত্ৰি পৰম ইস্বৰকহে সকলোতকৈ মান্য সত্কাৰ কৰিম। এনেকৈ কোআ হলত, খ্রিষ্টিয়ান জুমৰ প্ৰতি জনৰ মুখৰ পৰা একে মাতেৰে "এনে হওক" বুলি। তাতে কষ্টোকিয়াচ ৰজাই সিবিলাকৰ মুখৰ এই কথা সুনিলত কলে, তোমালাকৰ প্ৰতিফল সুনা, খ্রিষ্টিয়ানবিলাকৰ মাজত তিৰোৱে কমিয়াৰ মুৰ্ত্তিক পুজা কৰিলে, সেই বিলাক আহোক। তেতিয়া সিহঁতে আনন্দেৰে সৈন্যৰ মাজৰ পৰা ওলাই আহি, ৰজাৰ আগ্যাৰ দৰে কৰাৰ প্ৰসংসা পাবলৈ অপেক্ষা কৰিলে; কিন্তু ৰজাই সিহঁতলৈ চাই বুলিলে, হেৰ অবিস্বাসি কপটিয়াবিলাক, তহঁতে দুৰে জাইক; অবিস্বাসিবিলাকত মোৰ একো অনুগ্ৰহ নাই। তহঁতে হলে এতিয়া আপোনাৰ ইস্বৰক আসৈ কৰিলি, আৰু কি জানি আপোনাৰ ৰজাকো আসৈ কৰিবি। পাচে আনবিলাকলৈ চাই সকলোৰে আগতে বুলিলে, এইবিলাকত আমি বিস্বাস কৰিব পাৰোঁ, কিন্তুনো সিবিলাকক পৰিখা কৰি স্বৰুপ পাৰোঁ। সিবিলাকে ভেটি খাই, বা তই কৰি আপোনাৰ উচিত কৰম কেতিয়াও নেৰিব; এই কাৰন সিবিলাকক মোৰ অলঙ্কাৰ সকলতকৈ মুল্য মানিচোঁ; আৰু আটাইতকৈ সিবিলাকক মৰ্য্যতা কৰি মোৰ প্ৰান ৰাখিবলৈ সদাই মোৰ লগত থুবি থাকিবলৈ দিম। তাতে সকলো অকপটিয়াৰ প্ৰতিফল কেনে হব, আৰু তই লগা কপটিয়া কৰমৰ দণ্ড কেনে হব, এই নিমিত্তে আজিৰ দিনত সিবিলাকৰ সাহিয়াল আৰু বিস্বাসৰ কথা ৰাজ বিধানত লিখিবলৈ মই আগ্যা কৰিচোঁ। অ. হ. দ.

## গুআহাটিৰ বিবৰন।

**Description of Gowahati.**

সবাৰ চৰনে মই কৰি নমস্কাৰ,
গুআহাটি নগৰ কথা কৰিবো প্ৰচাৰ;
মোৰ পদ সুনি সবে দোস ন ধৰিবা,
অৱহেলা ন কৰিবা কিঞ্চিত সুনিবা।
পুৰ্ব্বে ৰজা আছিলন্ত নৰ নাৰায়ন,
ইন্দ্ৰ বংসি ৰজা আহি কৰি আক্ৰমন।
বৰ ফুকন আদি কৰি বিনয়া পাতিয়া,
গৰগাঁৱতে ৰহিলন্ত নগৰ কৰিয়া।
তাৰ পাচে সুনা, সবে জেন কথা ভৈলা,
বদনচন্দ্ৰ নামে বৰ ফুকন এক হৈলা;

বুৰা গোঁহাই সহিতে কন্দল কৰিয়া
মান সেনে পলাই গৈলা নগৰ চাৰিয়া;
কতো দিন থাকি মান চিপাহি আনিলা,
মানে আহি নগৰক উচন্ন কৰিলা।
সেহি দিন ধৰি অচমৰ দিন গৈলা,
মানক খেদিয়া কম্পানিৰ দেস হৈলা,
সন্তোস পাইয়া পাচে জত চাহাবান;
বৰ বৰ পকি ঘৰ কৰিলা নির্মান।
কৰিলা কচাৰি ঘৰ অতি ভয়ঙ্কৰ,
অচমিয়া লোকে জাক বোলে দোপদৰ;
পর্ব্বত সমান ঘৰ দেখি লাগে ভই,
ওচৰত ব্ৰহ্মপুত্ৰ নদিও বহই;
ভিতৰ লোমালে গাৰে বায়ু লাগে জাই;
কতো কত্তা লোক সব পৰি নিদ্ৰা জাই।
কৌঠালি কৌঠালি চাদ কাঠৰ সাজিয়া,
চতুৰ্দ্দিক দলিচা তাত থইচে পাৰিয়া;
ওপৰত পংখা সব আৰিয়া আচই,
কাকতি বহিয়া তাত কাকত লিখই।
সবাৰ মধ্যত এক দিব্য চাদ আচে;
ওপৰত চন্দ্ৰতাপ প্ৰকাস কৰিচে।
কালেক্টৰি চৰাচৰি ফৌজদাৰি দেৱানি,
তাহাৰ মাজত চাহাব বহই আপুনি;
মাচিয়াত বহি থাকে দেখিতে সুন্দৰ,
পদুম চকাৰ জেন চৌপাসে কেসৰ।
কচাৰিৰ পচিমত খাজনাৰ ঘৰ,
কম্পানি খাজনা থাকে তাহাৰ ভিতৰ;
দিনে ৰাতি চিপাহিৰ পহৰা আচই,
নিতে নিতে চাহাব আহি তবিল গনই
তাহাৰ পূৰতে কমিস্যনৰ কচাৰি,
সনিকটে আচে এক দিঘলি পুখুৰি,
ইটাৰে নির্ম্মান ঘৰ অতি বিতোপন,
আৰ্চিৰ দুৱাৰ সব কৰিচে সোভন;
কৌঠালি কৌঠালি চাদ বহুত আচই,
কেৰানি সকলে বহি ইংৰাজি লিখই;
বিবন্যা কমিস্যনৰি দুই সিৰস্তাৰ নাম,
আমলা সকলে তাত কৰি থাকে কাম;
তাহাৰ মধ্যতে এক ওখ চাদ আচে,
বিচিত্ৰ মাচিয়া জেন পাৰিয়া ৰাখিচে।
ওপৰত চন্দ্ৰতাপ প্ৰকাস কৰই,

চাহাবে বহিয়া তাত গোচৰ লোধই;
ডিপুটি কমিস্যনৰ তেঁওৰ প্ৰতি নিখি,
সমুখে বহিয়া তেঁৱো কাৰ্জ্য কৰে সিধি।
তাৰ দখিনত আচে চিপাহি পল্টন,
সেনাপতি গৈয়া কৰে আধৰা সদন।
সবাৰ মাজত লোক্তে এক গির্জ্জাৰ ঘৰ,
দলৰ আকাৰ দেখি অতি ভয়ঙ্কৰ,
ওপৰত চাই আচে ৰগিতাম পাত।
ওখই আন্দাজ তাৰ হব ত্ৰিচ হাত;
আৰু আঠ সহ দোল তাত প্ৰকাসই,
সমুখতে বাট ঘৰ এগোটা আচই।
আৰ্চিৰ দুৱাৰ সব জল মল কৰে,
চাহিবাক লোআৰি চকুত চাট মাৰে;
বৰ বৰ পাটি ভিতৰত পাৰি দিচে,
সাৰি সাৰি চকি সব পাৰিয়া ৰাখিচে,
ওপৰত চন্দ্ৰতাপ অধিক জলই,
কাপৰৰ পঙ্খা সব আৰিয়া আচই;
পূৰৱ মুখৰ কালে ভেটিটো ইটাৰ,
কাঠৰ কুন্দুআ বেৰা অতি চমত্কাৰ;
ভেটিৰ ওপৰে অতি বহল মেজত,
বাইবল কিতাপ থৈচে তাৰ ওপৰত;
ইংৰাজি বাজনা আচে আপুনি বাজই,
প্ৰতি দিনে এই ৰূপে গিৰিজা কৰই।
এবে সুনা, আৰু কিচু কহোঁ বিবৰন,
নগৰৰ মাজত বজাৰ চাৰি খন;
পূৱে চক বজাৰ, পচিমে দলঙ্গ পাৰ,
দখিনে আচই এক পল্টন বজাৰ।
মাজত কাঁচি বজাৰ আচে এক খান,
তিনিও বজাৰে জাৰ ন হই সমান;
বজাৰৰ মধ্যত তাৰৰ পক ঘৰ,
ইটাই নির্ম্মিচে ভেটি দেখিতে সুন্দৰ।
বজাৰ চৌথাৰি বুলি বিসয়া আচই।
অচমিয়া লোকে জাক হাট খোলা বোলই।
চাৰি কোণে আদি সব ন জাই বর্ণনা,
বজাৰ নিকটে আচে কম্পানিৰ থানা;
বাটৰ চাৰিও কালে কেঁয়া পতি আচে,
মহা সুখে প্ৰজা সবে বিকিচে কিনিচে।
দুই তিনি সত লোক প্ৰতি দিনে হই;
চোৰ দুষ্ট দগাবাজ কেহো ন কৰই।

পুবে লভাসিল ফাৰি, পচিমে দলঙ্গ পাৰ,
পদুলি পদুলি ৰাতি ফুৰে চৌকিদাৰ;
বজাৰৰ মধ্যে জদি হুৱা মুৰা হই,
চৌধাৰিএ নিয়া তাক থানাত দিয়ই ।
হাস্পিটাল নামে ঘৰ এগোটা আচই,
অচমিয়া লোকে তাক বেজ ঘৰ কই ।
দুখি নিৰাস্ৰই লোক পৰিলে নৰিয়া,
দেখি বৰ্কান্দাজ লোকে নৈ জাই ধৰিয়া;
সেই ঘৰে বেজ সবে ঔসধক দিএ,
কতো কতো মৰি জাই কতো লোক জিএ ।
থানাৰ নিকটে বৰ কাটক আচই,
ইটাৰ চৌদিগে গৰ দেখি লাগে ভই ।
জিতো লোকে চুৰ খুন ডকাইতি কৰিচে,
তৰিত জিজিৰি পিন্ধি মাটিক কাটিচে ।
নগৰ উতৰ ফালে চাহাবৰ ঘৰ,
থানে থানে পকি ঘাট আচই বিস্তৰ,
নগৰ পচিম ফালে ভৰলু নদি আচে,
কাঠৰ পাতেৰে তাঁত দলঙ্গ বান্ধিচে ।
দলৰ আকাৰ দুয়ো পাৰে চাৰি খুঁটা,
ইটাই নিৰ্ম্মিয়া তাত দিচে এক কুটা;
কুটাৰ মাজতে লোহা জিজিৰি লগাই,
দুয়ো পাৰে খুঁটা মাৰি দিয়াচে পোতাই,
তাৰ মাজে লোহাৰ ধৰনি সব দিচে,
তলে চাম খুআইয়া দলঙ্গ বান্ধিচে;
ঘোৰা গৰু গলে খোজ তাত নৰলই,
দুয়ো ফালে চুটি বেৰা একো ন পৰই;
দুয়ো পাৰে সম তাৰ নাই বেচি কমি,
আলাসতে আচে জেন বাদুলি ওলমি ।
কচাৰি ওচৰে দুই কুল আচই,
অচমিয়া লোকে তাক বোলে বিদ্যালই;
কম্পানি মহিনা দিয়া পণ্ডিত ৰখিচে,
পৰ উপকাৰ কৰি লৰাক পঢ়াইচে ।
মঠ মন্দিৰৰ পকি আচই জতেক,
মই মুৰ্খে তাৰ কথা বৰ্নিবো কতেক ।
এভেকে ধৰ্মিষ্ঠ নাহি ইংৰাজি সমান,
পৰৰ কাৰনে কোনে কৰে এত মান ।
জথা সাধ্য পদ মই কৰিলোঁ ৰচনা,
নিন্দা ন কৰিবা সুনি জত বিগ্য জনা;
অতি মুৰ্খ সিসু জানি দোসক খেমিবা,
আপোনাৰ গুনে সবে সন্তোস লভিবা ।
কুঁৰই গাঁৱা খেল বুৰা গোঁহাই বংসৰ,
এই নগৰৰ মধ্যে দলঙ্গ পাৰে ঘৰ,
প্ৰকাৰেই বুজিও কুলৰ পৰিচই,
ধৰ্মকান্ত গোঁহাই এই নিবেদন কই ।

---

## আপোনাৰ হিত চিন্তা কৰা কুকুৰ ।

**The Selfish Dog.**

এটা তাঙ্গৰ এটা সৰু এনে দুটা কুকুৰ একে লগে জিজিৰিবে বন্ধা হৈ জাত্ৰা কৰিবলৈ ধৰিলে; ডাঙ্গৰটোএ হলে কেৱল আপোনাৰ হিত চিন্তিলে, আৰু আপোনাৰ ভায়েকতকৈ তাৰ অধিক সক্তি হোআৰ কাৰন সি জনৈকে জাৰৰ ইচা কৰে তলৈকে গৈচিল; আৰু জেতিয়া সি কিবা আহাৰ পাই, তেতিয়া সি অকলৈ খাই আপোনাৰ মিতিৰক বাধা কৰে; আৰু জদি সৰু কুকুৰে কিবা খোআ বস্তু বিচাৰিবলৈ তাৰ খোজে, তেন্তে বৰ কুকুৰে কেংকেঙ্গাই আন ফাললৈ তাক বলেৰে টানি নিএ । এই ৰূপে দিনে দিনে কৰিলত পাচে সৰু কুকুৰটে বৰ দুখেৰে খিনাই গৈ মৰিল । তাতে ডাঙ্গৰ কুকুৰৰ চকু মেলা হলত আপোনালৈ জি দুখ আনিলে তাকে দেখিলে; সি অলগাৰিয়া হল, কেৱল এনে ন হই, কিন্তু লগৰিয়াৰ সও আপোনাৰ ডিঙ্গিত জিজিৰেৰে বন্ধা হোআত, সি জনৈকে জাৰ খোজে তলৈকে তাকো টানি নিব লাগে ।

এই দৰে মানুহৰিলাকো, জেতিয়া লোকৰ হিত চিন্তা ন কৰে, আপোনাৰ হিত মাথোন চিন্তা কৰে, তেতিয়া নানা কেলেসত পৰিব । তোমোলাকে দুখিয়াৰিলাকৰ উপকাৰলৈ স্ৰম কৰা উচিত, আৰু লোআতকৈ দিয়া ভাল, এই জি কথা প্ৰভু য়িচুএ কৈচিলে, তাক সুঁৱৰিব লগা । পাঁ ২০—৩৫ । অ. হ. দ.



## প্ৰাথমিক সিখ্যা।

Introductory.—Lesson. 1.

মই নৰা। জি জি বস্তু মই দেখোঁ, সেই সেই বস্তুৰ ভালেমানৰ অৰ্থ মই একোএই নে জানোঁ। জেতিয়া মই চাৰিও ফালে চাওঁ, আৰু জিবিলাকক জানিবলৈ ইচা কৰোঁ, এনে অনেক অনেক বিধৰ বস্তু দেখোঁ।

মোৰ ওপৰত আকাস, আৰু তলত মই জিহৰ ওপৰত থোজ কাঢোঁ, এনে মাটি দেখিবলৈ পাঁও। জি থোআ ঠাইৰ পৰা আন ঠাইলৈ জাব নোআৰে, এনে অচল অৰ্থাত অপ্ৰানি, কোনো কোনো বস্তু দেখিবলৈ পাঁও। আৰু কোনো কোনো বস্তুবিলাকক দেখোঁ, জাৰ চলিবৰ সক্তি আছে অৰ্থাত প্ৰানি, জি এঠাইৰ পৰা আন ঠাইলৈ চলিব পাৰে। এই সকলোকে দেখি মই আচৰিত মানোঁ।

মই নৰা। মোৰ, আই, বোপায়ে, আৰু সিখ্যকে জি সিকনি দিএ, সেই সিকনিলৈ মই মন দি সুনিব লাগে। মই আপুনিও কিতাপ পৰ্হিবলৈ আৰু সিকিবলৈ জতন কৰিব লাগে, কিয়নো কিতাপত মই সকলো বিধ বস্তুৰ অৰ্থ বুজিব পাৰিম। এনে কথা জানিবলৈ স্ৰুম কৰা, নৰাবিলাকৰ উচিত কৰম। ৰ. ন.

## মৌ মাখিৰ কথা।

The Bee.

বাহত থাকোঁতে এটি মৌ মাখিৰ মুখত কিবা মৌ লগাত, তাকে গন্ধ পাই কোনো ঠাইত কতুবাত মৌ আছে বুলি, তাক বিচাৰিবলৈ বাহৰ পৰা নামি মাটিত খেদি গৈছিল; কিন্তু ফুৰোঁতে ঘ্ৰান নু গুচাৰ কাৰন, সি ওৰে দিনটো গৈ গৈ থাকোঁতে পাচত ৰাতি হলত হিম পাখিত লাগি, উৰি ফুৰিব নোআৰাতে মাটিত পৰি মৰিল।

ইয়াৰ অৰ্থ এই।

ভালেমান লোকে আপোনাৰ ঘৰত জি সুখ আছে, তাকে আন ঠাইত বিচাৰি ফুৰাতে কাল নিয়াই, সেলত বৰ স্ৰুমেৰে দুখত মৰে।

অ. হ. ম.

## কামৰুপৰ বুৰঞ্জি, ৬ আধ্যা।

History of Kamrup, Chap. 6.

পাচে সকলোএ আলচি সাম্লাখকক লোক জনক চলাবৰ নিমিত্তে ৰৰ ফুকন পাতি থলে, আৰু সৰু চকুআ বৰ গোহাঁয়েও কাজলিৰ লোকবিলাকক দণ্ড কৰি সবাকে লগাই দিলে। এই মতে দুয়ো সকলোকে চলাইছিল, পাচে ফুকন বাজখোআ সকলেও মহা ৰজাৰ চৰনলৈ জনালত সকলৰো কথা ৰাখি সাম্লাখকক ফুকন নাম দিলে। পাচে বঙ্গালে আগিয়া হুতিত তিনি দিন থাকিল, পাচে তাৰ পাৰ হৈ তবে জুধ দিলে; দুয়ো দল সেনাৰ জুধ সমান হল, তথাপি আহোমৰ গৰ তুলিব নোআৰিলে। কলঙ্ সন্দিকৈ পৰিল, চাৰিঙ্গিয়া ফুকনৰ ভায়েকৰ ভিঙ্গিত কাঁৰ লাগি মৰিল, লেচামতাং তামুলি গুলি লাগি এৰাল, মিৰ সত্ৰাজিত তাতে থাকিল। তাত পাচে বঙ্গালে বাৰে খন গোবাপ নাও আগ কৰি নাৱে জুধ দিলে; আহোমবো সমস্ত লোকে দিনে দিনে নাৱে তবে প্ৰধান জুধ কৰিলে, পাচে কাঁৰ গুলিও ঢুকাল, কত বেলিৰ মুৰত ৰব নোআৰি অভইপুৰিয়াৰ নাও মামুহ জুধ এৰি পলাল, তাকে দেখি আনো নাও এৰি পলাই গল। পাচে বঙ্গালে পাই পেট কটা হিলৈ ১ টা, নাও ১০ খন নিলে, এই মতে এক মাহ জুজিলে, কাৰো ভঙ্গ জই নাই। কত আহোমে জুমি জুমি বঙ্গালৰ ধৰি কাটি মুৰ আনিলোঁ বুলি বঁটা নমাই, এই জুধৰ বেৰত্মা সৰ্গদেৱে সুনি সকলোকে খঙ্গি লিকচন ৰকআক পঠালে। জি অভইপুৰিয়া পলাল, তাৰ সইকিয়াবোৰ কাটি মুৰ আনিব দিলে, আৰু নাৱে তবে ধৰিব দিলে। উপৰি টেকেলা হাৰি চাউভাঙ্গ দিলে। পাচে নাৱে টংচু সন্দিকৈ অভইপুৰিয়া সলগুৰিয়া সকলোএ জুগুত হৈ প্ৰভাতে নাৱে তবে জুধ ধৰিলে, বঙ্গালেও সচকিত হৈ ভাগি পলাল মাজুলি বালিত পৰিল, আহোমে নাৱে তবে খেদি নি জাকে পালে তাকে কাটিলে; কত আহোমে নাৱেৰে খেদি ওচৰ পাইগৈ, বঙ্গালে এৰাব নোআৰি তাৰ সাহৰি পামৰি সলিচা,

এই সকল পানিত পেলাই এৰাই জাই, তাকো বঙ্গালে কাটিবৰ ভয়ে ন ধৰে। কোনোটোএ জদি লৰলৈ চাই, তাতো আগ হৈ বঙ্গালে পলাই গৈ মাজালিৰ বালিত পৰিল, সত্ৰাজিত ৰজা ইয়াৰকুলি এই দুয়ো পলাই গল। আৰু সাত দিন আগে সত্ৰাজিতেৰে দন্দ কৰি মিৰ হাজোলৈ গল। গোৰাপ নাও ৭ খন পৰিল, বাচৰু ৩০, বৰ হিলৈ ১০০, ভুৰুকি ৫০০, তৰোআল ৩০০, বৰচা ১০০, জমদাৰ ৪৪, ধগুআ ৪০, নাৱৰ লঙ্গৰ ৪ টা, এই মতে সকলো পলাই গল, সেই সময়তে চাকাৰ পৰা চেৰখাঁয়ে মিয়াৰ চান্দে ৮০ বাচৰু নায়েৰে বগৰি বাৰি পালেহি; তাক পাইহে সত্ৰাজিত আৰু ইয়াৰকুলি এৰাল, লাম্মাখৰু চেটিয়া পাণ্ডুত বৰ ফুকন হৈ থাকিল।

পাচে সকলো বৰুআ ফুকন গৈ হাজোক বেৰি গৰ দিলেগৈ, বঙ্গালেও গৰ সাঙ্গ নৌ ইওতেই হাতি আগ কৰি টংচু সন্দিকৈৰ গৰত ধৰিলেহি, চই তণ্ড মান জুধ হল। পাচে আবদুল ইস্‌লাম নবাবত কাঁৰ লাগিল, মুহুদি নবাবৰ ঘা হল, আৰু হাতিৰ কঁপালত গুলি লাগিলত হাতি উলটি পলাল, হাতি ভাগিলতে বঙ্গালো পলাল, ঘোঁৰা পৰিল ৯ টা। তেতিয়া বঙ্গালে হাৰি আহি আপোনাৰ গৰত বল; আহোমেও বঙ্গালক বেৰি গৰ দিলেগৈ। বঙ্গালে ওলাই জুধ নি দিলে, পাচে এৰাৰ নোআৰি কাকুতি কৰি বাট মাগে, বোলে, আমি জুধ এৰিলোঁ; তোমাৰ ধৰ্ম পথলৈ চাই এৰি দিয়া, আমাৰ দেসলৈ জাঁও, তথাপি বৰ ফুকনে মহা ৰজালৈ ভই কৰি নেৰিলে। এই মতে এক মাহ হল, বঙ্গালে খাবলৈ নে পাই গৰৰ ভিতৰতে সুকাই মৰে। পাচে একো মতে নোআৰি মুহুদিনে গৰ ওলাই লাম্মাখৰু বৰ ফুকনত ধৰিলহি। তাত পাচে আবদুল ইস্‌লাম নবাবক প্ৰমুখ্যে মিৰ্জানাকৈ, মিৰ্জা হুচনচা ৰজা, কফুলবেগ, মহমদ, ৰামচা, কৰ্মচান্দ এই সকলোএ ধৰিলহি। পাচে বৰ ফুকনে সমস্তকে গৰগাঁৱলৈ দি পঠালে। আৰু মিৰে বোলে, পাতচাৰ লোন চাউল খাই কেনে হাৰাম কৰিম, এই বুলি গৰৰ ভিতৰতে জুধ দি মৰিল। সেই সময়তে হাজো উচাদ কৰি বঙ্গালক আহোমে ধৰি আনিলে। হাতি পালে ৯ টা, ঘোঁৰা পালে ৮০, হিলৈ ৬০০, তৰোআল ২০০, পিতলৰ কামান ৯ টা, সঁক ১৫৫৮ মাঘ মাহ।

তাত পাচে লাম্মাখৰু চেটিয়াক সৰ্গদেৱত গোচৰ দিলে নিদানৰ বেলা, বোলে, বঙ্গালে পেৰাৰ ভিতৰ কৰি কাপৰেৰে চাকি মহা ৰজালৈ পাতচাই কিবা দি পঠালে, তাকে মহা ৰজা পালে কি নে পালে? আমি নে জানিলোঁ, আৰু সুআল কুচিয়া ১৬০ ঘৰ তাতিএ পাতচালৈ কাপৰ বৈচিলে, তাকো লুট কৰি দখিন কোলত পাতিলে নি, পাতচাৰ কাপৰো আপুনি ৰাখিলে, মহা ৰজাৰ ৰাজ্যত কি ঠায়ে নাটিলে, এই কথাতে লাম্মাখৰু চেটিয়াক মাৰিলে; বৰ বৰুআ, গনকৰ বৰুআ এই দুইক বন্দি কৰিলে, ১৫৫৮ সঁক।

## অনেক দেসৰ সম্বাদ।

Journal of Events.

ৰহাগ মাহৰ ১৮ তাৰিখে ৪ ৰজাৰ সময়ত গুআহাটি নগৰত কপাহ বগৰিৰ গুটিৰ দৰে, সিল পৰি প্ৰাই দুই আঙ্গুল মান ওখ হৈচিল, আৰু ঘৰ, গচ আদি অনেক পৰি বহু মানুহৰ হাত, ভৰি, মুৰ আদি থেঁতেলা হল। আৰু সেই মাহৰ ১৯ তাৰিখে ৪।৫ আঙ্গুল মান দিঘল সিল পৰিচিল। সেই নগৰ নিবাসি শ্ৰীযুত সেনকৰ্ধ পাদুৰি চাহাবে সিলবিলাক লৈ, দুই সেৰ মান ধৰা এটা বাচনত ভৰাই থৈ, আন এটা ঘুৰনিয়া টিনৰ বাচনত গাখিৰ কিচুমান ভৰাই, তাতে চেনি লোন দি সেই সিলৰ মাজতে বাচনে সৈতে ভৰাই ২।৩ ঘণ্টা মান থলত সিও সিলৰ নিচিনা টান হল। পাচে আনি, আন চাহাব লোকলৈকো খাবৰ নিমিত্তে পঠাই দিচিল। আন দেসত হলে এই দৰে গাখিৰেৰে "আইচ ক্ৰিম" সদাই বনোআ হই, কিন্তু আমাৰ দেসত তাপৰ নিমিত্তে ইয়াত কৰিবলৈ আচল।

গুআহাটি নগৰত ৰহাগ মাহৰ পৰা পুনৰাই

মাউৰ লাগি দিনে পতি ১৫। ১৬ টাকৈ মানুহ মৰিচে। এই মাউৰতে মঙ্গলদৈৰ মুনচেফো মৰিল।

৭ এপ্ৰিল তাৰিখে শ্ৰীশ্ৰীমতি বিক্‌টৰিয়া মহাৰানিৰ এটি কোঁঅৰ জনম হল।

১১ এপ্ৰিলত গুআহাটিত শ্ৰীযুতা লেফ্‌টিনেণ্ট ৰেবাৰ মেম চাহাবৰ এটি পুত্ৰ জনম হল, সেই পুত্ৰই আগলৈ পুত্ৰাধিকাৰ হব।

১৮৫৩ সঁকৰ ১১ মেই তাৰিখে শ্ৰীযুত পাদুৰি ওৱৰ্দ চাহাবৰ দোআৰাই গুআহাটিৰ বাপ্তিষ্ট মিসান গিৰ্জা ঘৰত, বিবাহৰ নতুন কানুন মতে, শ্ৰী আপিত্তা আৰু শ্ৰী মতি মধুফুলি আৰিৰ বিয়া দিয়া হল; বিয়া দিয়া আৰু বিয়া হোআ সকলো গুআহাটি নিবাসি লোক; আৰু শ্ৰীযুত পাদুৰি দেনৰ্ফৰ্দ চাহাব বিবাহৰ ৰেজেষ্ট্ৰাৰ।

এপ্ৰিল মাহৰ ১৫ তাৰিখে গুআহাটি জিলাত এটা আচৰিত কথা হল; কাঁচি বজাৰৰ পোনে ব্ৰহ্মপুত্ৰ নৈৰ ওচৰৰ চৰকাৰি আলিৰ দাঁতিত, কোনোবাই এটা বামুন মানুহ মৰিয়াই মাৰি ধান খেৰ দি ঢাকি লুকুআই থৈচিল। পাচে বাটে দি জোআ এটা কইদি মানুহে মাখি পৰিবৰ দেখি, ইয়াত কি আচে বুলি খেৰ গুচাই চোআত, মানুহৰ স দেখা পাই থানাত এতলা দিলেগৈ। থানাৰ পৰা মহৰি জমাদাৰ আহি সেই মানুহ কেনেকৈ মৰিল, তাক বিচাৰ কৰি চাই দেখিলে, জে মূৰটো চাৰি ফাল হৈ ফাটি ঘিঁউ ওলাই আচে; আৰু মুখ খনো পোৰাৰ দৰে কলা। কোনোবাই মৰিয়াই মাৰিলে বুলি জানি, বিচাৰ পতিৰ আগত জনোআত, কোনে মাৰিলে তাক ধৰিবৰ নিমিত্তে তেঁও দাৰোগাক আগ্যা দি, প্ৰমান কৰি চাবৰ নিমিত্তে সটো হস্পিটাললৈ নিব দিলে। পাচ দিনা সেই স পেলোআ মানুহটো ধৰা পৰিল; আৰু সি কৈচে, বোলে, এই বামুন মানুহ মাউৰত পৰি পেট বৈ ৰাতি বাৰে বজাৰ সময় মৰিলত, আমি নৈত পেলাবলৈ নিচিলোঁ; কিন্তু বৰ ফুৰা ৰৰকন্দাজে পাই, আমাক ধৰি থানালৈ নিএ বুলি, তাতে পেলাই ৰেগতে গুচি আহিলোঁ; ইয়াৰ অনেক প্ৰমান আচে।

৮ জুনৰ ৰাতিপুআ ৮ বজাৰ সময়ত অমুনা নামে ভাপ জাহাজ আহি সিৱসাগৰ জিলা পালেহি। তাতে দিখৌ নদিৰ পৰাত লৰা বুৰা বহু মানুহে বৰ আনন্দেৰে জাহাজ চাবলৈ গোট খাইচিল। এই জাহাজতে কলিকতাৰ পৰা লৰ্ড চাহাবৰ আগ হৈ অহা শ্ৰীল শ্ৰীযুত মিলচ নামে জজ চাহাবো আহি, ৫ জুনত এই জিলা পালেহি। তেঁও এই অচম দেসৰ সকলো জিলাৰ সোধ পোচৰ মহলা লৈ লৰ্ড চাহাবক বুজাব। এই জাহাজ নাজিৰাত থকা অচম কম্পানিৰ চাহ ফুটিলৈকো নিয়া হব। জাহাজ ইমান ডাঙৰ হোআতো কেৱল তিনি হাত পানিতে ভাল ৰূপে চলিব পাৰে। জাহাজৰ কাপ্তান শ্ৰীযুত হক্লি চাহাব।

বাৰ্ত্তাবহ সম্বাদ পত্ৰত এই বাত্ৰা দিচে, দিনাজপুৰ দেসত আজি মাহ চাৰেক বৰখুন নো হোআত, বদৰ প্ৰতাপেৰে প্ৰজাবিলাকৰ হাহাকাৰ হৈচে; জদি এই ৰূপে আৰু কিচু দিন বৰখুন নি দিএ, তেন্তে আগলৈ সস্যৰ একো আসা ন হব। আৰু এনে দুখৰ সময়তে গাঁৱৰ প্ৰাই এভাগ জুইৰে পুৰি নষ্ট কৰিচে। ১০ মেই তাৰিখে বেলা ৯ বজাই সমই বদৰগঞ্জৰ মুনচেফৰ ঘৰৰ ওচৰতে জুই লাগি সেই ঠাইৰ বহু ঘৰ পুৰিলে; তাতে মানুহবিলাকৰ অনেক হানি হল। এই সময়ত তাটি ফালে বদৰ কাৰনে জুই লগাটো অতি প্ৰবল হৈচে।

বহাগ মাহৰ ৯ তাৰিখে বেলি দুপৰৰ সমই তাটি ৰঙ্গপুৰ জিলাৰ কাচাৰি ঘৰৰ পচিম ফালে, কটকি পাৰা নামে এখান গাৱৰ মিত্যু হোআ ৰামপ্ৰসাদ চেন সদৰ আমিনৰ ৰান্ধনি ঘৰত প্ৰথমে কেনেবাকৈ জুই লাগি, ক্ৰমেৰে ১৫। ১৬ টা মান ঘৰ পুৰিলে। সদৰ আমিন হৈ, জি ধন বস্তু সাঁচিচিল, সেই সকলো খনি হানি হল। কেৱল জি এটা পেৰা একুআইচিল, তাকো বাজতে জুই লাগি পুৰিলে। তাত জিৰোৰ সোন, ৰূপ আচিল, আটাইবোৰ জোল হৈ গোট খালে। আৰু

আন আন মানুহবিলাকৰ ঘৰৰো অনেক ধন বস্তু হানি হল ।

## নগাৱত মাউৰ লগাৰ কথা ।

Mortality at Nowgong.

মার্চ মাহৰ পৰা জিলা নগাৱত মাউৰে ধৰাতে অনেক মানুহ মৰি আছে । এই জিলাৰ শ্রীযুত পাদুৰি দাইবলি চাহাব, আৰু চৰ আচিষ্টণ্ট শ্রীযুত ব্রজ চাহাব, আৰু শ্রীযুত বাবু সোমদত্ত সর্ম্মা বাই প্রধান সদৰ আমিনকে আদি কৰি অনেক ভদ্র লোকবিলাকো মৰিচে । জিলাত্র প্রাই ২৪০ মানুহ মৰিল, আৰু এতিয়াও লাহে লাহে মৰিহে আচে; অকল জিলাৰ ভিতৰতে ন হই, ইয়াৰ চাৰিও কালে থকা সকলো গাওবিলাকতো এই ৰবে পেট বৈ বঁতিয়াই, ৮০০০ মান মানুহ মৰিল; আৰু ইয়াৰ বাহিৰেও মহ, গৰু, চাগলিকে আদি কৰি অনেক অনেক জন্তুবিলাকো মৰিচে । আৰু গাৱলিয়া মানুহৰ মুখৰ পৰা সুনিচো, হাবিৰ বাঘ, ভালুক, মহ, গহ, বৰা, সিয়াল, সাপ আদি কৰি অনেক বনৰিয়া জন্তুবিলাকো মৰিচে; আৰু বিলবোৰৰ ভাঙৰ সৰু মাচো মৰিচে । এনেকুআ অদ্ভুত ঘটনা দেখি, মানুহৰ মনত একো সুখ সান্তি নাই, কিয়নো আগেয়ে ১০ । ১২ বচৰৰ মূৰত্হে কেতিয়াবা কেতিয়াবা মাউৰ আহিচিলে; কিন্তু এতিয়া হলে বচৰি বচৰি মাউৰে ধৰি মানুহবিলাক মৰে । মানুহবিলাকৰ জাৰে জতে ভাই বন্ধু, মিত্রিৰ কুটুম আচে, সেই আটাইবিলাক গোট খাই বান্তি ভক্ত সেৱা কৰি, ৰাম আদি নাম গাই, তাল খোল বজাই ৰব হাই কৰি থাকে । আৰু জেয়ে জিহকে মানে, তাকে সেৱা কৰি পানিত একোখান ভূঁৰ সাজি, তাতে চাগলি, পাৰ, কুকুৰা আদি জন্তু, আৰু আন আন অনেক উপহাৰ বস্তু তুলি পুজা কৰি উটুআই দিএ; তথাপি এই সকলো উচৰণ কৰিলেও, ভাল হৰৰ চাৰি মানুহ নৰহকৈহে মৰি আচে, একো উপসান্ত হোৱা নাই; কোনো কোনো ঘৰ নিচেই উচন হৈ মৰিল । এই হেতুকে হে প্রিয় লোক সকল, আহাঁ, আমি সদম কৰি নে থাকি বিচাৰ পৰ কৰোঁহক । জেতিয়া আমি এই সংসাৰৰ পৰা মিত্যু হঁও, তেতিয়া কত বাস কৰিম? নাইবা কোন জনত আস্রই ললে নৰকৰ পৰা উধাৰ পাম? অকল উধাৰ কৰোঁতা প্রভু যিচু খ্রিষ্টত আস্রই ললেহে নৰকৰ পৰা উধাৰ হৈ, স্বৰগৰ পবিত্র থানত বাস কৰিবলৈ পাম । ক. ৰ. চ.

## জুলাই, অর্থাত সাওনৰ পঞ্জিকা ।

Almanac for July, A. D. 1853. Sal. Sac 1775.

| জুলাই | আহাৰ | বাৰ | তিথি | দিনমান | জুলাই | সাওন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ৬ | ২৫ | ১৩'৪০ | ১৭ | ৩ | ১ | ১২ | ১৩'৩১ |
| ২ | ১৯ | ৭ | ২৬ | ১৩'৪০ | ১৮ | ৪ | ২ | ১৩ | ১৩'৩০ |
| | | | | | ১৯ | ৫ | ৩ | ১৪ | ১৩'৩০ |
| ৩ | ২০ | ১ | ২৭ | ১৩'৪০ | ২০ | ৬ | ৪ | ১৫ | ১৩'২৯ |
| ৪ | ২১ | ২ | ২৮ | ১৩'৩৯ | ২১ | ৭ | ৫ | ১৬ | ১৩'২৮ |
| ৫ | ২২ | ৩ | ২৯ | ১৩'৩৯ | ২২ | ৮ | ৬ | ১৭ | ১৩'২৭ |
| ৬ | ২৩ | ৪ | ৩০ | ১৩'৩৮ | ২৩ | ৯ | ৭ | ১৮ | ১৩'২৬ |
| ৭ | ২৪ | ৫ | ১ | ১৩'৩৮ | | | | | |
| ৮ | ২৫ | ৬ | ২ | ১৩'৩৮ | ২৪ | ১০ | ১ | ১৯ | ১৩'২৫ |
| ৯ | ২৬ | ৭ | ৩ | ১৩'৩৭ | ২৫ | ১১ | ২ | ২০ | ১৩'২৪ |
| | | | | | ২৬ | ১২ | ৩ | ২১ | ১৩'২৩ |
| ১০ | ২৭ | ১ | ৪ | ১৩'৩৭ | ২৭ | ১৩ | ৪ | ২২ | ১৩'২২ |
| ১১ | ২৮ | ২ | ৫ | ১৩'৩৬ | ২৮ | ১৪ | ৫ | ২৩ | ১৩'২০ |
| ১২ | ২৯ | ৩ | ৬ | ১৩'৩৬ | ২৯ | ১৫ | ৬ | ২৪ | ১৩'১৯ |
| ১৩ | ৩০ | ৪ | ৭ | ১৩'৩৫ | ৩০ | ১৬ | ৭ | ২৫ | ১৩'১৮ |
| ১৪ | ৩১ | ৫ | ৮ | ১৩'৩৪ | | | | | |
| ১৫ | ১ | ৬ | ৯ | ১৩'৩৩ | ৩১ | ১৭ | ১ | ২৬ | ১৩'১৭ |
| ১৬ | ২ | ৭ | ১০ | ১৩'৩২ | | | | | |

এই অৰুনোদই গিয়ান ভণ্ডাৰ যোৎ সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাতে চাপা কৰা হৈচে । আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চমহা ।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই

৮ বচৰ। মোং সিৱসাগৰ, জুলাই, ১৮৫৩। নম্বৰ ৭।

VOL. VIII. SIBSAGOR: JULY, 1853. NO. 7.

## আমেৰিকা দেসৰ ওআসিংতন নগৰৰ ৰাজ সভা ঘৰ।

The Capitol at Washington

আমেৰিকা মিল দেসৰ ওআসিংতন নগৰত জি ৰাজ সভাৰ ঘৰ আছে, তাৰে নক্চা তলত দিয়া হৈছে। সেই ৰাজ সভা ভাঙ্গৰ আৰু অতি সুন্দৰ, কিযনো গোটেই ঘৰটো কেৱল বগা মৰ্ম্মৰ সিলেৰে সৈতে সজা হৈছে; তাৰ দিঘলে ২৩৪ হাত, আৰু তাৰ মাজৰ জোখ ১৭৯ হাত। এই ঘৰ তিনি ভাগে প্ৰিথকৈকৈ সজা হৈছে, আৰু সেই তিনিও ভাগৰ ওপৰত তিনটা কলচি আছে। মাটিৰ পৰা মাজৰ কলচিলৈ ৯৬ হাত ওখ; আৰু তাৰ দুয়ো ফালৰ কলচিলৈকো ৪৬ হাত ওখ। এই নক্চাত ঘৰৰ পূব ফাল দেখা জাই, আৰু মাজৰ ওখ ঘৰলৈ জোআ বাটত জি জখলা দেখিচা, তাত ৩৬ খাপ আছে, তাতে উঠি গৈ ৰটণ্ড নামে প্ৰথম আৰু প্ৰধান ঘৌটালিত সোমাবা। সেই ঘৌটালি ঘূৰনিয়া, তাৰ বহলে ওখইও ৬৪ হাত। আমাৰ দেসত জেনেকৈ কাঠৰ পাটেৰে ঘৰৰ চাঙ্গ সাজে, সেই দৰে এই ৰাজ সভাৰ তল



Eastern View of the Capitol at Washington.

কেৱল বগা মৰ্ম্মৰ শিলেৰে বিচিত্ৰ ৰূপে সজা হৈছে; আৰু তাৰ ওপৰত মানুহে খোজ কৰোঁতে, বা কথা বাৰ্ত্তা হোৱাত মেঘৰ গৰ্জ্জনৰ দৰে তাৰ সবদ হয়। আৰু তাৰ চাৰিও ফালে নানা সুন্দৰ বিচিত্ৰ বিচিত্ৰ নকচাবোৰ আৰি থোৱাত, অতিসই ৰূপে সভা ঘৰ ভুসিত কৰি-চে। এই কাৰনে জগতৰ মাজত সিও এটা অতি সুন্দৰ মনোহৰ থান হয়।

সোঁ কালে ঘৰৰ জি ভাগ দেখা গৈছে, তাক “চেনিত চেম্বৰ,” অৰ্থাত ৰাজ মন্ত্ৰিবিলাকৰ সভা বোলে, সেই খোটালিৰ ঘুৰনিয়া জোখ ১১২ হাত বহল। এই সভাৰ মাজ ঠাইতে এখান বিচিত্ৰ ওখ আসনত প্ৰেচিদেন্ত, অৰ্থাত প্ৰধান দেসাধিপতি বহে, আৰু তেঁওৰ ওচৰতে এজন প্ৰধান লিখক আৰু ৬২ জন প্ৰধান ৰাজ মন্ত্ৰিও থাকে। তাতে দেস বিদেসৰ জি জি কৰ্ম, জি জি কৰ্য্য হয়, তাকে সোধ পোচ কৰি, জেনেকৈ উচিত দেখে, তেনেকৈ আগ্যা দিএ। আৰু সেই খোটালিত জি এখাপ চাং থাকে, তালৈকে কোনো বাধা নো হোৱাকৈ সকলো মানুহ আহি তাত সোমাই, তলত থকা দেসাধিপতি আদি কৰি মন্ত্ৰি লোকে আলচ কৰা আটাই কথা বাৰ্ত্তা সুনি থাকিব পাৰে। সকলো দেসাধিপতিবিলাকৰ প্ৰথম প্ৰেচিদেন্ত, আৰু সকলোতকৈ অতি মৰ্জ্জতা পোৱা জি জৰ্জ ৱাসিংতন চাহাব, তেঁওৰ নকচা দেসাধিকাৰ বহা সেই বিচিত্ৰ আসনৰ ওপৰত আৰি থোৱা হৈছে।

বাঁও কালে ঘৰৰ জি ভাগ দেখিচা, তাক “হাউচ্ অব্ ৰেপ্ৰিচেন্তেতিব” বোলে; অৰ্থাত দেসৰ সকলো জিলাৰ ৭০০০ সাত হেজাৰ লোকৰ মাজৰ পৰা এজন এজন মুকিয়াৰ হৈ আহি, সেই ঘৰৰ ভিতৰত, ১২ বজাৰে পৰা ৪ বজালৈকে সিবিলাকে তাতে মেল পাতি সকলো কথাৰ আলচ কৰি থাকে। সেই খোটালিতো চাই সাত স লোক থকা এনে চাং আচে, আৰু তালৈকো একো বাধা নো হোৱাকৈ সকলো মানুহ গৈ সুনিব পাৰে।

আমেৰিকাৰ মিল দেসৰ ১৩ জন প্ৰেচিদেন্ত হৈ গল; কিন্তু এতিয়া শ্ৰীজুত জেনেৰল পিয়ৰ্চ নামে জি জন বৰ্ত্তমান থাকিচে, তেঁওক ১৮৫৩ সঁকৰ মাৰ্চ মাহৰ ৪ তাৰিখে সেই দেসৰ লোকবিলাকে নিজোজন কৰি পাতিলে। ম.



খেহ লোকৰ সেৱা পুজা কৰা মন্দিৰ।
Chinese Temples.

এই নকচাৰ দৰে দৌল, মন্দিৰবিলাক খেহ দেসৰ সকলো ঠাইতে পোৱা জাই; কিন্তু জি অনাদি, অনন্ত পৰম ঈশ্বৰত বাজে আন ঈশ্বৰ নাই, তেঁওৰে সেৱাৰ নিমিত্তে সেই দৌলবিলাক সজা নাই; কিন্তু জি দেখিব, সুনিব, মাতিবও নোৱাৰে, এনে অচেতন মুৰ্ত্তিবোৰৰ সেৱাৰ নিমিত্তেহে তাক সজা হৈচে। সিবিলাকে সত্য ঈশ্বৰৰ গিয়ান নো পোৱাতে, বহু বচৰৰ পৰা শিল, ৰূপ, কাঠ, মাটিৰে সজা বস্তুৰ আগত দিঘল হৈ পৰি বোলে, তোমোলাকেই আমাৰ ঈশ্বৰ; তাতে সিহঁতে সৃজন, পালন, সংহাৰন কৰ্ত্তা জি পৰম ব্ৰহ্ম, তেঁওক এৰা হল।

সেই দৌল বহু প্ৰকাৰে, অতি সোভিত ৰূপে খাপ খাপকৈ সজা হৈচে; তাৰ খাপে পতি চুকত সৰু ঘণ্টাবোৰ আৰি দিছে, তাক বতাহে সদাই থকাতে আপুনি বাজি থাকে; আৰু তাৰ ওচৰতে মাটিত ওখকৈ খুঁটা পুতি

তাতে বৰ বৰ ঘণ্টাবোৰ তুলি থৈছে, তাক মানুহে বজাই। দৌলৰ ভিতৰত সোনেৰে খড়া অনেক মূৰ্ত্তি স্থাপনা কৰা হৈছে, সেইবিলাকৰ আঙ্গুলিবোৰ সকলো কালে ব্যতিক্রমকৈ পোনাই। কিয়নো খেহ্ লোকবিলাকে ভাবে, বোলে, সিইঁত্তে সকলো কালৰ পৰা সুভ, অসুভ অনাব পাৰে। সেই মূৰ্ত্তিবোৰৰ আগত সদাই চাকি জ্বলি থাকে, আৰু সেই দৌলত থকা দেৰলিয়া লোকবিলাকে জি জি বস্তু মূৰ্ত্তিলৈ আগ কৰি দিএ, আৰু সেৰকিয়াবিলাকে জি দি সেৱা কৰেহি, সিইঁতে তাকে খাই, অতি এলাহত থাকি কাল নিয়াই।

খ্রিষ্টৰ ৫৮০ বচৰৰ আগেএ কনফুচিয়চ নামেৰে খেহ্ লোকৰ এজন মান্যৱন্ত মানুহ জনমিল। সেয়ে সৰু কালৰে পৰা পণ্ডিত, অধ্যাপকবিলাকৰ সংগত থাকি, গিয়ান আৰ্জি ধৰমৰ কথা বিচাৰ কৰি, পাচে অনেক পুথি সাস্ত্র লিখিলে। সেই সাস্ত্রই দুহেজাৰ বচৰৰ পৰা পুৰুসে পুৰুসে চলি আহি, বৰ্ত্তমান এই কালত খেহ্ লোকৰ প্রধান সাস্ত্র হৈছে। আৰু কনফুচিয়চ ৭৩ বচৰ বয়সিয়া হৈ মিত্যু হল; কিন্তু তেঁওক খেহ্ লোকে দেৱতা ৰূপে মানিবলৈ ধৰিলে; আৰু তেঁওৰ নিমিত্তে অনেক দৌল, মন্দিৰ সাজি, অনেক অনেক ৰূপে পুজা পাটল কৰিলে। খেহ্ দেসৰ এটা সম্বাদ পত্রই প্রকাস কৰিছে, বোলে, কনফুচিয়চৰ সেৱা পুজাৰ কাৰনে সিইঁতৰ দেসত ১৫০০ দৌল, মন্দিৰ আছে। আৰু বচৰে বচৰে সৰত, বসন্ত কালত সেই সেই দৌলবিলাকত ৬২,০০০ মান জিয়া জন্তু বলি ৰূপে উচৰগ কৰা হই; আৰু ২৭,৬০০ থান সুন্দৰ নানা ৰৰনিয়া পাট কাপোৰো দিয়া হই। বলি দিয়া জন্তুৰ নাম আৰু সংখ্যা এই।

| | |
|---|---|
| বলদ গৰু . . . . . . . | ৬, |
| গাহৰি পোআলি . . . . | ২৭,০০০ |
| হৰিনা পহু . . . . . | ২,৮০০ |
| মেৰ চাগ . . . . . . | ৫,৮০০ |
| সহা পহু . . . . . . | ২৭,০০০ |
| সৰ্ব্ব মুঠে | ৬২,৬০৬ |

এই সকলোবিলাক কনফুচিয়চৰ সেৱাত বচৰে পতি দিয়া হৈগেছে। কিন্তু হে পাঠক সকল, বিবেচনা কৰি চোআ, তাত কি লাভ? কনফুচিয়চ নো কোন? আমাৰে নিচিনা তেজ মঙ্গহ থকা সিও মানুহ, আৰু পণ্ডিত হলেও, তথাপি সকলো মানুহৰ নিচিনা পাপি; এতেকে তেঁওৰ সেৰকিয়াবিলাকক নিস্তাৰ কৰিবলৈ তেঁওৰ একো সক্তি নাই। কোনো গুৰু সাধু লোকে তেঁওৰ সিস্যবোৰক নিস্তাৰিব পৰা একো সক্তি নে থাকে। জিবিলাকে এনে কৰে সেইবিলাকে মিচা সুম আৰু সুদা তাৰসাহে কৰে। আৰু জি অতি ভই লগা কথা, সকলোৰে ওপৰত থাকোঁতা পৰম ইশ্বৰৰ ক্রোধহে সিইঁতে আপোনাৰ ওপৰত তোলে। ম.

## উত্তৰ কাচাৰ দেসৰ পৰা লিখা পত্র।

**Letter from the New Station in Northern Cachar.**

শ্রীযুত বেৰাৰ চাহাবে নগাঁও জিলাৰ অধিন হোআ পৰ্ব্বতিয়া লোকৰ মাজত জি নতুন জিলা পাতিছে, তেঁওৰ লগৰ এজনে, অৰুনোদইত চাপিবলৈ লিখি জনাইছে, বোলে, কম্পানি বাহাদুৰৰ অধিনতে উত্তৰ কাচাৰ নামেৰে এখান ঠাই আছে, কিন্তু সেই ঠায়েই নো কত, কোন কালে আছে, তাক সকলো লোকে নে জানে। এই নিমিত্তে মই তাৰে বিবৰন কিচু অৰুনোদই পাঠক সকলক জনাঁও; সেই ঠাই নগাঁও জিলাৰ দখিনে থকা জি তিস্নাপুৰ জিলা, তাৰ পৰা দখিন ফালে ৮।৯ দিনৰ বাট আঁতৰ, আৰু উত্তৰে তুলাৰাম সেনাপতিৰ অধিনৰ মাহৰ নৈ, পচিমে জয়ন্তা, দখিন পচিমৰ চুকে হেৰম্ব চিলচাৰ, পুবে আঙ্গামি নগা, দখিন পুবৰ চুকে মনিপুৰ। ইয়াৰ মাজতে ১৯ কি ২০ দিন মানৰ বাট দিঘল এখান ডাঙ্গৰ ঠাই আছে; তাৰে নাম উত্তৰ কাচাৰ বোলে। তাৰ মাজত অনেক ডাঙ্গৰ ডাঙ্গৰ পৰ্ব্বত, কাঠ, বাঁহকে আদি কৰি হাবি আছে।

আৰু সেই পৰ্ব্বতবোৰতে কচাৰি, মিকিৰ, নগা, কুকি, এই চাৰি জাতি মানুহ থাকে; সিইঁতৰ ভাসাও বেলেগ বেলেগ, কাৰো কথা প্রাই

কেও নু বুজে; কিন্তু খেতি হলে একে দৰে কৰে। আৰু খেতি কৰাতো হালেৰে মাটি ন চহাই, কেৱল দা আৰু সৰু সৰু হাতোআহৰ নিচিনা কোৰ আছে। প্ৰথমতে দাৰে পৰ্ব্বতৰ বাঁহ, কাঠকে আদি কৰি সকলো ভাৰি কাটি মুকলি কৰে, পাচে কটাবোৰ ৰদত সুকালে জুই দি পোৰে; আৰু সিইতৰ মুনিহ তিৰোতা আটায়ে ধৰি মাটি কোৰেৰে কুৰি চহাই, তাত ধান, কপাহ, কচু, কোমোৰা, এদা, মৰিচ আদি এই সকলোকে ৰই। তাত সহবোৰো অধিক ৰূপে হই, কাৰন হাবিবোৰ জুইৰে পোৰাতে মাটিত চাই মিহলি হোআত অধিক সাৰুআ হই। আৰু তাৰ মানুহবিলাকৰ খোআৰ পৰা একো দুখ নাই, আৰু তাত থকা নগা, কুকি এই দুজাতিৰ খাব পোআ নো পোআ একো বিচাৰ নাই; সকলোৰে ভাত, আৰু কুকুৰ, ভেকুলি, সাপ, বাঘ, এন্দুৰ আদি জি জি পাই সেই আটাইকে সিইতে খাই। মিকিৰ, কচাৰি এই দুজাতিএ হলে অতি ঘিন লগা বস্তুবোৰ নে খাই। নগা কুকিবিলাকৰ লৰা উপজিলে একো ন কৰে; কিন্তু সিইতৰ কোনো মৰিলে, মৰা দিনা সটো ঘৰতে থৈ পাচ দিনা ঘৰৰ ওচৰতে পুতি, তাৰ ওপৰত এচটা সিল দি থই, আৰু আপোন বন্ধু মিতিৰ কুটুমবিলাকে সৈতে মদ ভাত খাই। সেই নগাবিলাকৰ বিয়া কৰোআ দস্তুৰ নাই; জেতিয়া মুনিহটৰ তিৰোতা আনিবলৈ ইচা হই, তেতিয়া তাইৰ বাপেক মাকক কিচু ধন বস্তু দি তিৰোতা আনে; আৰু তিৰোতাবিলাকক জেতিয়ালৈকে পতিএ নানে, তেতিয়ালৈকে সিইতৰ মুৰৰ চুলি দিঘল হব নি দিএ, চুটিকৈ কাটি থাকে। সিইতৰ কুকুৰা, গাহৰি, কুকুৰ, এই তিনিৰ বাহিৰে আন বিত্তৰ সম্পত্তি নাই; আৰু এটা এটা ঘৰ আছে, সেই ঘৰতে লৰা, চোআলি, কুকুৰ, গাহৰিএ সৈতে সিইত থাকে। নগাবিলাকৰ গাঁৱে গাৱে ঘৰৰ পৰা অলপ নিলগতে তেকা চাঙ্গ নামেৰে এটা চাঙ্গ ঘৰ আছে; চোআলি নলা নগা আটাইবোৰ ৰাতি সেই চাঙ্গ ঘৰতে থাকেগৈ। মিকিৰ, কচাৰিবোৰৰ মানুহ মৰিলে সটো জুইৰে পোৰে, আৰু সিইতৰ মিতিৰ কুটুম চপাই আনি, মদ, ভাত, গাহৰি আদি খুআই। সিইতৰ তিৰোতাবিলাকে প্ৰাই অচমিয়া তিৰোতাৰ নিচিনাকৈ কাঁপৰ লোআ দস্তুৰ। কুকি নগা হলে দুজাত; তাৰে এজাত প্ৰায়ে নাঙ্গট, কঁকালতে কেৱল গামোচা এখান মেৰাই থই। আৰু এজাত তাক পুৰনি কুকি কোলে, সিইতৰ মুনিহবোৰে লাঙ্গটি পিন্ধে; তিৰোতাবোৰে নাইৰ তলতে এখান ঠেক কাপৰ পিন্ধে, আৰু বুকত সৰু গামোচা জেন এখনি মেৰাই থই; চুলি চেলা বাটি পকাই বান্ধে। এই নগা, কুকিবোৰ অতি মৈলা; সিইতৰ গা ধোআ ৰিতি নাই, জদি বাটত নুৰাতে বৰখুনত তিতি গা ধোআ হই তেহে।

কোনো কোনো সময়ত আঙ্গামি আৰু মনিপুৰৰ ফালে থকা নগাবিলাকে আহি, এই ঠাইৰ নগাবোৰক ডকা দি লুৰি পুৰি বধ কৰে। সিইতকে ৰাখিবৰ নিমিত্তে শ্ৰী শ্ৰীজুত গবৰ্নমেণ্ট বাহাদুৰৰ অভিপ্ৰায়েৰে জিলা নগাঁৱৰ শ্ৰীজুত জুনিয়ৰ চাহাবে লগত ১০০ চিপাহি লৈ, মাৰ্চ মাহত উতৰ কাচাৰ পালেগৈ; আৰু সেই ঠাইৰে গেমাইগুজু নামেৰে ওখ পৰ্ব্বত এটাত তেঁওৰ বঙ্গলা, চিপাহিৰ চাউনি, থানা, আমোলাইতৰ ঘৰ কৰিলে; সেই পৰ্ব্বতৰ বতাহ অতি সুন্দৰ, তাতে জিলা কৰি সদাই থাকিব। তাত এতিয়া লোন, তেল, ধঁপাত, ঘিঁও আদি এইবোৰ বস্তু পাবলৈ বৰ টান, কিন্তু চাহাবে তাত হাট পতাবলৈ ধৰিচে; হাটৰ ঘৰ জুগুত হলে, নগাঁৱৰ পৰা কৈঁয়া, ঢাকাঅলিয়া মুদি, চিলচাৰ পৰা বেপাৰিবোৰ জাব। তেতিয়া হলে একো বস্তুৰ আটক ন হব, আৰু নগাবিলাকো নিৰ্ভয়ে সেই ঠাইতে বসতি কৰিব পাৰিব। এতিয়া হলে খোআ বস্তু চিলচাৰ পৰা চাহাবে অনাই দিচে।





মলবাৰিৰ তিৰি, পুৰুস    কান্দিয়াৰ পুৰুস    সিংহলিৰ তিৰি ।

Different Inhabitants of the Island of Ceylon.

## লঙ্কা দিপৰ বিৱৰন ।

**Description of Ceylon.**

বাল্মিকি মুনিৰ দোআৰাই লঙ্কা দিপ সকলো ঠাইতে খিয়াতিমন্ত হৈ আছে । হিন্দু জাতিৰ লৰা, বুঢ়া, তিৰোতাবিলাকো ৰামায়ন পুথিৰ পৰা সেই দিপৰ নাম বিসেস ৰুপে জানি আছে । ৰাৱনৰ ৰাজপাট, সিতা বন্দিয়াৰ হৈ থকা, হনুমন্তে জুধত জই হোআ, শ্রীৰামচন্দ্রৰ লিলাৰ ঠাইকে আদি কৰি জি কোনো কথা লঙ্কা দিপৰ বিসয়ে কোআ হই, সেইবোৰ সুনা মাত্রকে ৰামায়নৰ কবিতা পদবোৰ সিইতৰ মনত পৰেহি; আৰু এই কবিএ কৰা সকলো পদবিলাক হিন্দু নামেৰে আটায়ে সুন্দৰ ৰুপে জনা আছে। কিন্তু সেই লঙ্কা দিপ এতিয়া কেনে ৰুপে আছে, সেয়ে আমাৰ এই দেসত প্রকাস হোআ নাই । অনেকে বুজে সেই দিপত মানুহৰ বসতি নাই, আৰু তালৈ জাবও নোআৰে; কোনোএ কই, সকলোএ জনা এই লঙ্কা ন দিপ, পুৰনি লঙ্কা ন হই । কিয়নো লঙ্কাৰ জোখ ভাৰত বৰিসৰ পৰা জিমান দূৰ বুলি ৰামায়নত কৈছে, সেয়ে এতিয়া প্রমান পোআ ন হই; কিন্তু লঙ্কা দিপ দুখন ন হই, এখনহে, আৰু তাক কবিএ অতি বাহুল্যকৈ লিখা জেন গিয়ান কৰিলে, সেই আসঙ্কা দুৰ হব পাৰে, কিয়নো সকলো প্রিথিবিৰ জোখ জৌতিস ক্রোসৰ চৌবিচ হেজাৰ ক্রোস মাথোন; তাৰে এভাগত লখ্য জোজন বহল সাগৰ কত পাব? আৰু এই লঙ্কা দিপৰ পচিম ফালে সেতু বন্ধ কৰাৰ নিচিনা চিন আছে, তাতেই ভালকৈ জনা হৈছে, এই দিপেই নিচয়ে পুৰনি লঙ্কা হই ।

লঙ্কাৰ চাৰিও ফালে সাগৰে মেৰাই থকাত দিপ বোলা হৈছে । এতিয়া সেই দিপৰ জোখ দিঘলে জৌতিস ক্রোচৰ মতে ২৭০ ক্রোচ, পথালি ১০০ ক্রোচ; তাৰ সাগৰৰ ওচৰত থকা

মাটি চাপৰ আৰু সমান, কিন্তু মাজ ভোখৰ ওখ, তাত অনেক পৰ্ব্বত আচে। সেই পৰ্ব্বতবিলাক জৌতিস ক্রোচৰ ১॥ ক্রোচতকৈ ওখ ন হই; তাৰে পৰা মহা বলিগঙ্গা, বালুগঙ্গা, নেলবে, গুইদোৰা আদি নৈবিলাক বৈ জাহি, দিপৰ সকলো ঠাইতে জল আপ্লাবন হই। সেই পানি হোআ ঠাইবোৰত ডালচেনি, জলকিয়া, সুকান আদা, সাটিন কাঠ, আবলুস কাঠ, তামোল, কাফি, কুঁহিয়াৰ আদি নানা বিধ বেৱহাৰৰ বেহা কৰা বস্তু সুন্দৰ ৰূপে উতপন হই।

আৰু লঙ্কা দিপৰ মাজ ভোখৰত থকা পৰ্ব্বতকৈও "আদম সিখৰ" নামেৰে সাগৰৰ তিৰত থকা পৰ্ব্বতৰ এটা টিং অতি প্রধান। তাৰ ওপৰতে এটা মানুহৰ ভৰিৰ খোজৰ নিচিনা চিন আচে; সেই খোজ দিঘলে ৩৫ পোনে চাৰি হাত, পথালি ১৫ পোনে দুহাত; লঙ্কা দিপত থকা সকলো লোকে সেই চিনটো বৰকৈ মান্য কৰে। তাৰ মচলমানবিলাকে বোলে, সিইঁতৰ সাস্ত্রত কোআ আদি পুৰুস আদমে সেই ঠাইতে এটা ভৰিৰে থিয় হৈ থাকি বহু কাল তপস্যা কৰিচিল, সেই কাৰনে তেতিয়াই সিলৰ ওপৰত তেঁওৰ ভৰিৰ চিন বল। বোধৰ মতৰবিলাকে বোলে, বোধ দেৱতা ভাৰত বৰিসৰ পৰা লঙ্কালৈ অহা সময়ত প্রথমে সেই ঠাইতে ওলাই বল, এই কাৰনে তেঁওৰে পৰাই তাত সেই চিন হল। কিন্তু তাত থকা হিন্দু আৰু মলয়াৰ দেসিবিলাকে বোলে, এয়ে ভগৱান মহা দেৱৰ পদৰ চিন। সেয়ে জেইবা ন হওক, সেই চিন হিন্দু, বোধ, মচলমান সকলোএ মান্য কৰাত, সেই আদম সিখৰ পৰ্ব্বতলৈ অনেক জাত্রিক লোক অহা জোআ কৰি থকাত, তাত অনেক ৰূপে বেহা বেপাৰ চলে।

লঙ্কা দিপ ইংৰাজি লোকে দখল কৰাৰ পৰা, উত্তৰ, দখিন, পচিম, পুব, মাজ, এই পাঁচ ভাগ কৰা হল। উত্তৰ ভাগৰ প্রধান নগৰ জাফ্না, দখিন ভাগৰ গালি। জাপ নাওবোৰ জেতিয়া কলিকতাৰ পৰা বিলাতলৈ জাই, তেতিয়া নাগ মাটি লবৰ নিমিত্তে সেই গালি নগৰলৈ সোমাই; আৰু লোকবিলাকে তাক "পইণ্ট দিগালি," নাইবা "গালি অন্তৰিপ" বুলিও কই। পচিম ভাগৰ প্রধান নগৰ কলম্বো, পুব ভাগৰ ত্রিঙ্কমলি, মাজ ভাগৰ ৰাজ নগৰ কান্দি। এই প্রধান পাঁচ নগৰৰ বাহিৰেও অনুৰাধাপুৰ, মাৰ্নাৰ, মান্তোট, নিগম্বো, চিনান, মাতুৰা, টাঙ্গাল, গাপ্নোলা, দাম্বুল, নুয়েৰা, এলিয়া, বাদুলা আদি কৰি আন নগৰো আচে; কিন্তু তাত সিমান অধিক মানুহৰ বসতি নাই। ওপৰত কোআ প্রধান পাচ নগৰৰ খনেপতি দহ হেজাৰৰ পৰা চলিচ হেজাৰলৈকে মানুহ বসতি কৰিচে। পূৰ্ব্বে অনুৰাধাপুৰ, লঙ্কা দিপৰ ৰাজ নগৰ আচিল; আজিলৈকে তাত অনেক পুৰনি গৰ, দেৱাল ভগা অৱসেসবোৰ পৰি আচে।

লঙ্কা দিপৰ নিবাসি মানুহ অধিক ন হই, সকলো জাতিৰ মানুহ মুঠে কুৰি লাখতকৈও তাকৰহে হৰ। এই মানুহবিলাক প্রধান চাৰি ভাগে বেলেগ আচে। তাত থকা প্রথম ভাগ অসভ্য জাতি; সিইঁতক মানুহবিলাকে "বেদা" বুলি কই, আৰু সিইঁতৰ সমন্ধে অনেক আচৰিত কথাও প্রকাস আচে। মানুহবিলাকে কই, বোলে, বেদা জাতিৰ বুধি গিয়ান এনে হিন, তাৰ কাৰনে সিইঁতক বান্দৰে সৈতে তুলনা দিব পাৰি। সিইঁতে প্রাই সকলো হাবিতেহে বাস কৰে, কিন্তু ভাল মানুহৰ সঙ্গলৈ নাইবা নগৰলৈ নাহে। আপোনাৰ স্বভাও ভয়াতুৰ, তথাপি আন মানুহ সিইঁতৰ হাতত পৰিলে তাক নিঠুৰ ৰূপে নষ্ট কৰে। সিইঁতৰ ঘৰ নাই, সকলোবিলাক গচৰ তলতে সুই থাকে; জদি কোনো আপদৰ পৰা ভই পাই, তেতিয়া বন বিৰলিৰ নিচিনাকৈ বেগতে গচত উঠি, আপদৰ পৰা ৰখ্যা পৰিবলৈ উপাই কৰে, আৰু মানুহ থকা ঠাইৰ পৰা বাঘ, ভালুক জেনেকৈ পলাই, সিইঁতে তাতকৈও বেগাই সভ্য ভাল মানুহৰ ওচৰৰ পৰা পলাই আঁতৰি জাই; তেতিয়া আন জাতি মানুহে সিইঁতক বেগতে দেখা নে পাই। ইংৰাজি সেনাই বেলি চাবেক এই বেদা জাতি

মানুহ ধৰিচিল, কিন্তু সিইঁত আটাইবিলাক এনেহে অবাক গচৰ নিচিনা হোআত, সিইঁতৰ পৰা কোনো মাত কথা উলিয়াৰ পৰা ন গল।

দুতিয় ভাগৰ মানুহ সামান্য, "সিংহলি" বোলে; সিইঁতৰ মাজত বেলেগ বেলেগ উনৈচ জাতি আচে। তাৰ মাজৰে "হণ্ডু" নামেৰে জাতিয়েই আটাইতকৈ ডাঙৰ, আৰু "পাৰিয়া" জাতিয়েই আটাইতকৈ সৰু। জিবোৰে মৰি থকা পছুবোৰ খাই, আৰু স চোএ, সেইবোৰকে আটাইতকৈ সেসৰ নিহ জাতি বুলি লিখে। ইইঁতৰ মাজৰে মান্য মৰ্জতা পোআ "মুডিলিয়ৰ" নামেৰে প্ৰধান বিসয়া; কিন্তু মনেৰে বুজাত এই মৰ্জতা পোআবিলাক সামান্য সিংহল দেসি ন হই, মলবাৰ দেসৰ পৰা নিয়া লোক হব পাই। বঙ্গাল দেসৰ দেৱান, মুন্সি, চিৰস্তাদাৰ পদ জেনে, সিংহল দিপতো মুডিলিয়ৰি পদ তেনে। তাৰ সকলো প্ৰধান কাজ কৰমৰ ঠায়ে ঠায়ে একজন একজন মুডিলিয়ৰ বিসয়া আচে। লঙ্কা দিপৰ মানুহবিলাক তেনে বিষ্ট পুষ্ট ন হই, প্ৰাই বঙ্গালি মানুহৰ নিচিনা আহাৰো, আৰু সিইঁতৰ বৰন চিক চিক কৰে কলা। স্নেহ, দায়া, প্ৰিতি, অথিতি সেৱা, সত্য পৰায়ন আদি ধৰমত, এই জাতি মানুহৰ অতি আসকতি, তাৰ কাৰনে সকলোতকৈ উত্তম সভ্য মানুহৰ নিচিনা, ইয়াত একো সংসই নাই; কিন্তু সাহ, বল, উচাহ আদি এইবোৰ গুনত নিচেই বঞ্চিত। সদাই সকলোবিলাকৰ উচাহ নাই; জদি আহাৰৰ প্ৰয়োজন নো হোআ হলে কোনোএ একো কাৰ্জ্যলৈ কাৰ্বাৰ ন কৰিলেহেঁতেন; তথাপি ইইঁতৰ বুধি গিয়ান সামান্য ন হই। সিইঁতৰ মুখত সদাই এই কথা শুনাই। "ধাৱনাপেক্ষায় ভ্ৰমন স্ৰেয়ঃ, ভ্ৰমনাপেক্ষায় স্থিতি স্ৰেয়ঃ, স্থিত্যাপেক্ষায় সয়ন স্ৰেয়ঃ, সয়নাপেক্ষায় নিদ্ৰা স্ৰেয়ঃ, নিদ্ৰাপেক্ষায় মৰন স্ৰেয়ঃ"। ইয়াৰ অৰ্থ এই, খেদাতকৈ ফুৰাই ভাল, ফুৰাতকৈ বৈ থকাই ভাল, বৈ থকাতকৈ সুই থকাই ভাল, সুই থকাতকৈ টোপনিত থকাই ভাল, টোপনিত থকাতকৈ মৰাই ভাল।

লঙ্কা দিপৰ তিৰোতাবিলাক সুঅনি, চকুবোৰো অতি সুন্দৰ কলা, গাটো গৌৰ বৰন; কিন্তু ইংৰাজি লোকে কই, সিইঁতৰ মুখ তেনে অতি চিকন ন হই। সিইঁতৰ মুৰৰ সৌঁওতাত ফনি মাৰি থই, আৰু মনি মুকুতা আদি পিন্ধা চুলিত দিঘল দিঘল সলাবোৰ মাৰি থোআ, এই জাতি মানুহৰ প্ৰধান দস্তুৰ। দুখিয়া জিবোৰে ৰুপ তাম আদিৰ ফনি সলা কিনিব নোআৰে, সিইঁতেও এডাল জৰিৰে চুলিতাৰ ভালকৈ বান্ধি, তাতে কাঠ, বাহৰ সলাকে মাৰি থই। গ্ৰিহস্থি মজলিয়া মানুহৰ তিৰোতাবিলাকে কঁকালত সাৰি, গাত সুন্দৰ ৰুপে কাঁচলি লই; কোনো কোনোএ তাৰ ওপৰতো আঁচলত ফুল বচা মলমলৰ চেলেঙ মেৰাই লই; কিন্তু তেনে সজ ৰুপে পিন্ধিব নে জানে। জেনেকৈ মুনিহবিলাকৰ সাহ বল হিন, সেই ৰুপে তিৰোতাবোৰবো ধুনৰ হিন; আৰু কাপৰ পিন্ধা উৰাত তিৰি পুৰুসৰ একো বেলেগ ন হই; সেই বেসটো পিন্ধিলে, তিৰি বা পুৰুস একো চিনিব নোআৰি; আৰু সেই বেস ধৰি সাহিয়াল বলি পুৰুসবিলাকেও ৰন বিগ্ৰহ আদি এনে একো কৰম সুচল ৰুপে কৰিব নোআৰে। সিইঁত আটাইবোৰে ফল মুল আহাৰ কৰে; মাচ মঙ্গহ আদি খোআ বিতি সিইঁতৰ নাই।

ত্ৰিতিয় ভাগৰ লোক "কান্দিয়া," অৰ্থাত কান্দি নগৰৰ ভাগত থকাবিলাক। সিইঁতে লঙ্কা দিপৰ পৰ্বতিয়া মাজ দেসত নিবাস কৰে। আন আন পৰ্বতিয়া মানুহবিলাকৰ জেনে সাহ, বল, প্ৰিতি হই, সিইঁতৰো প্ৰাই সেই ৰুপে সদাই সাহসিক আৰু উচাহি, ৰন বিগ্ৰহতো বৰ পাৰ্গত; বল বিৰ্জ্য নাই কিয়া সিংহলিবিলাকতকৈ, আপোনাৰ তলৰবিলাকৰ বধা বিতি ইইঁতৰ ভাল। বল বিৰ্জ্যৰ পাকে হলে ৰুটি খোআ হিন্দুস্থানি লোকবিলাকৰ আগত ভাত আহাৰ কৰা বঙ্গালি মানুহবিলাকৰ জেনে বল বিৰ্জ্য হিন দেখা হই, কান্দিয়াবিলাকৰ আগত সিংহলিবিলাকৰো তেনে দেখা জাই। ধন আৰ্জিবলৈ হলে আটাইবে বৰ ইচা

তাৰ কাৰনে সত্যক একে বেলিএ অনেকে দলিয়াই পেলাই দিয়ে; সিইঁতৰ মাজত তাঙ্কৰ তাঙ্কৰ প্ৰতিগ্যা আৰু সত্যৰ জি দ্রিঢ় কথা, সি সন পাৰৰ আসা হলে, এক নিমিসতে লোপ হই।

লঙ্কা দিপৰ মানুহবিলাকৰ চতুৰ্থ ভাগৰ নাম "মলয়াৰি"; ভাৰত বৰ্ষিসৰ দখিন দেসৰ মলয়াৰ জাতিৰ সিইঁতে সন্তান। বেহা কৰিবৰ নিমিত্তে আপোনাৰ দেস এৰি, জিবিলাক মলয়াৰি লোক লঙ্কা দিপলৈ গৈ তাতে বাস কৰি সেই ঠাইৰ তিৰোতা লৈছিল, সিইঁতৰ সন্তানবিলাকেই এই ভাগৰ প্ৰধান লোক। সিইঁত সিংহলি আৰু কান্দিয়াবিলাকতকৈ উচাহি, বেপাৰত হলে বৰ পাৰ্গত। বিবিধাৰ্থ সঙ্গ্ৰহ।

## অচম দেসৰ লোক সকলৰ প্ৰতি দুতিয় নিবেদন পত্ৰ।

Second Letter from an Assamese in Calcutta.

কলিকতাৰ পৰা এজন অচমিয়া লোকে, অৰুনোদইত চাপিবৰ নিমিত্তে, এই কথা উঁওৰ দেসিবিলাকলৈ লিখি পঠাইচে।

হে প্ৰিয় বন্ধু সকল,

"বিদ্যা নাম নৰস্য ৰূপ মধিকং প্ৰচ্ছন্ন গুপ্তং ধনং।
বিদ্যা ভোগ কৰি যষঃ সুভ কৰি বিদ্যা গুৰুনাং গুৰুঃ।
বিদ্যা বন্ধু জনো বিদেশ গমনে বিদ্যা পৰং দৈৱতং।
বিদ্যা ৰাজসু পুজ্যতে নহি ধনং বিদ্যা বিহিনঃ পসু॥"
নীতিশতকং॥

ৰূপতো অধিক বিদ্যা মনুস্যৰ হই।
অকাৰ্জ গুপুত ধন গুপুত থাকই॥
বিদ্যাহে আমাক জস ভোগ সুভ দেই।
পৰম গুৰুৰ গুৰু বিদ্যাহে নিচই॥
বিদ্যাহে বিদেস থানে হই বন্ধু জন।
পৰম দেৱতা বিদ্যা কৰা আৰাধন॥
ৰজাৰ সমুখে বিদ্যা দিয়ন্ত মৰ্জতা।
ধনৰ সকতি নাই জানা সাৰ কথা॥
পসু তুল্য হই নৰ হলে বিদ্যা হিন।
হেন জানি বিদ্যা সিখ্যা কৰা বন্ধু গন॥

আমাৰ দেসৰ প্ৰাই লোক সকলে অবিদ্যাৰ আসুই লই, জেনেকৈ চিৰকলিয়া সুখৰ ঠাইলৈ জাব পৰা বাটত কাঁইট পুতিচে, তাক উঁওবিলাকে সমাজিকতো এবেলিও নে ভাবে, ই কেনে সোকৰ কথা! এই প্ৰিথিবিত জন্মি বিদ্যাৰ মধুৰ সোআদ পোআ নাই, তাৰ এই জনম পোআ বিফল, আৰু বিৰম্বনাহে মাত্ৰ। বিদ্যা সিকিবলৈ জতন ন কৰাত থাকি, সেই সকলে জিয়াই থকা দিনত অসভ্য হৈ থাকিব, আৰু ম্ৰিত্যু হলে অনন্ত সুখৰ পৰা বঞ্চিত হব। বিদ্যাই সকলো সুখৰ মুল। গন্ধ ন থকা পলাস ফুলক জেনে সকলোএ অনাদৰ কৰে, তেনেকৈ মুৰ্খকো আটায়ে অনাদৰ কৰে। বিদ্যাৰ গুনৰ জেনে সিমা নাই, উঁওক সিকাৰো গুনৰ সিমা নাই। আমি বিসেস বাহুল্যকৈ কি লিখিম, অলপ মান গমি চালেই বুজিব পাৰিবা।

সম্প্ৰতি সন্তানৰ প্ৰতি, পিত্ৰি মাত্ৰিৰ কৰ্তব্য কৰমৰ কথা কিছু লিখোঁ। পিত্ৰি মাত্ৰিএ লৰা চোআলিক কেৱল খাব পিন্ধিবলৈ দিলেই সিইঁতৰ ধাৰ সুজিব পাৰে, এনে ন হই; সিইঁতক সমানে পৰ্হিবলৈকো সিকাব লাগে, তেহে সিইঁতৰ ধাৰ সুজা জাই। মহা নিৰ্বান তন্ত্ৰত এই দৰে লিখে।

"কন্যাপেৱং পালনীয়া শিক্ষনীয়াতি যত্নঃ।
দেয়া ৱৰায় বিদুষে ধন ৰত্ন সমন্বিতা॥"

ইয়াৰ অৰ্থ এই, পুত্ৰৰ নিচিনা কন্যাকো পালন কৰি সিকাই বুজাই দোস হিন, আৰু বিদ্বান দেখি দৰাক ধন ৰত্ন সমনিতে সমৰ্পনা কৰিব।

জদি লৰা চোআলি তাঙ্কৰ হলত অকাৰ্জ আচৰন কৰে, তেন্তে তাৰ পাপ আৰু দোসৰ মুল কাৰন সিইঁতৰ পিত্ৰি মাত্ৰিহে হব; কিয়নো সক কালত সিইঁতৰ মন বৰ গচৰ এঁঠাৰ নিচিনা জি ফালে টানা সি ফালেই জাই; জদি সিইঁতে সেই কোমল বয়সত মাক বাপেকৰ পৰা সজ উপদেস পাই, তেন্তে সজ হব; আৰু জদি অসজ বা একো উপদেস নে পাই, তেন্তে অসজ হব।

সম্প্ৰতি আমাৰ দেসৰ ডেকা সকলে বিদ্যা

নি সিকি জিমানহে পাপ কৰম কৰিচে তাক কৰ লগিয়া নাই। বঙ্গাল দেসৰ পৰা জি সকল লোক গৈ আমাৰ দেসত বাস কৰিচে, তেঁওবিলাককো আমাৰ দেসৰ দুৰাৱস্থাৰ এক কাৰন বুলিব পাৰি। জেতিয়া আমাৰ দেসত বঙ্গালি মানুহ মুঠেই নাচিল, তেতিয়া এনে কদাচাৰো তাকৰ আচিল। কিন্তু জেতেকে ইয়ালৈ বিস্তৰ বঙ্গালি আহিচে, তেতেকে ভেকা সকলেও সিহঁতৰ সঙ্গত থাকি অতিসই কুকৰম সকললৈ মন পালটাইচে। জি মদ খোআ, বেস্যা গমন, জাল চাজি, আৰু মিচা গোচৰ কৰা কথা আমাৰ দেসৰ লোকে পুৰ্ব্বে সুনাও নাচিল, সেই সকল কৰম এতিয়া প্ৰবল হৈচে। হাই হাই! এই সকল কুলোকৰ লগত পৰি আমাৰ দেসৰ হোজা মানুহেও বৰ পাপ কৰিচে! জদি আমাৰ দেসাধিকাৰ সকলে দেসৰ উপকাৰৰ নিমিত্তে পৰম জতন কৰিচে, তেও সংসৰ্গৰ দোসৰ পৰা সিও নিস্ফল হব লগা হল। কেৱল সংসৰ্গকে আমি দোস দিব নোআৰোঁ, কিয়নো জদি আমাৰ দেসৰ লোক সকলে, বিদ্যা সিকি গিয়ানি হোআ হলে, কেতিয়াও এনে কুলোকৰ সংসৰ্গলৈ ন গলহেঁতেন। সঙ্গ আৰু অসঙ্গ কি বস্তু বা কোন মানুহৰ নাই? সকলোৰেই আচে। তেঁওবিলাক গিয়ানি হোআ হলে, মৌ মাখিএ জেনেকৈ বেয়া বস্তুৰ পৰাও ভাল আৰু উপকাৰি ৰস চুহি নিএ, তেঁওবিলাকেও সিহঁতৰ অসঙ্গ বেৱহাৰক কাতি কৰি থৈ, সঙ্গ বেৱহাৰ সিকিলেহেঁতেন। এতেকে বিদ্যা নি সিকাহে সকলো দোসৰ ঘাই কথা। আমাৰ দেসি কোনো এজনা মান্যৱন্ত লোকৰ তিৰোতাই আপোনাৰ স্বামিত বিৰকতি পাই, জাতি, ধৰম, মৰ্জ্জতাক নে মানি, এজন মচলমানৰ তলৈ জোআ বাত্ৰা আমি পাইচোঁ। জদি ইয়াৰ মুল কথা বিচাৰ কৰোঁ, তেন্তে বিদ্যাক অৱহেলা কৰাহে মুল বুলি জানিবা; সেই জনা তিৰোতাই সক কালত বিদ্যা সিকি গিয়ান পোআ হলে, কেতিয়াও স্বামিত বিৰকতি নে পালেহেঁতেন, আৰু আপুনিও স্বামি বা অন্য মানা জনৰ বিৰকতি বা লোক দিব লগিয়া কৰম প্ৰান গলেও ন কৰিলেহেঁতেন। তেঁওৰ স্বামিএও সুন্দৰকৈ বিদ্যা সিকি গিয়ানি হোআ হলে, আপোনাৰ তিৰোতাই বিৰকতি পাব লগিয়া কৰম ন কৰিলেহেঁতেন; আৰু স্বামি তিৰোতা দুয়ো জি ৰূপে আনন্দে থাকিব লাগে, তাক জানি পৰম সুখে থাকিলহেঁতেন। এতেকে হে মিত্ৰ সকল, এই কাৰ্জ্জেই তোমোলাকলৈ প্ৰধান দিস্টান্ত থান হওক। আজি তেঁওৰ, কাইলৈ তোমাৰ, এনে বিপত্তি আটাইৰে হব, আৰু ক্ৰমে ক্ৰমে জিমান বিদ্যালৈ অনাদৰ হব; তিমান দেসৰ বিপত্তিও বাৰ্হিব, ইয়াকে নিচই হেন জানি, কুসঙ্গ তিয়াগি, জেনেকৈ আপোনাৰ ভাল হব, দেসৰো উপকাৰ হব, তাক চিন্তা কৰা। আৰু বন্ধু সকল, জদি আপোনাৰ জাতি, ধৰম, মৰ্জ্জতা ৰাখিব খোজা, তেন্তে বিদ্যা সিকি গিয়ানি হৈ দেসৰ অমঙ্গল কাৰ্জ্জ সকল গুচাবলৈ জতন কৰা। হে জগদিস্বৰ, আমাৰ দেসৰ লোক সকলক সুমতি দি তোমাৰ মহিমা প্ৰকাস কৰা ইতি।

কলিকতা, ১৬ জুন, সন ১৮৫৩।

কলিকতা নগৰত থকা তোমোলাকৰ বন্ধু এজন অচমিয়া লোক।

## ইস্বৰ আৰু তেঁওৰ সিস্টিৰ কৰমৰ কথা।

God and the Works of Creation.—Lesson. II.

জি সকলো আমি দেখোঁ, সেই সকলোকে বস্তু বোলে; বস্তু তিনি বিধ আচে। প্ৰথম বিধৰ জিৱন আচে, এই বিধকে জিৱ থকা বস্তু বোলে। এই বিধে জলৈ আপোনাৰ ইচা হই তলৈ চলি ফুৰিব পাৰে।

দুতিয় বিধ জি মাটিৰ পৰা গজে, অৰ্থাত গচ, ফুল, ঘাঁহ আদি কৰি জি সকলো সাক, ব্ৰিখ্য আচে সেয়ে।

ত্ৰিতিয় বিধৰ জিৱন নাই। আকাস, প্ৰিথিৱি, সিল, জল, ঘৰ, কাপৰ, আদি আন আন বস্তু। এই বিধৰ বস্তু জি ঠাইত থৰা, সেই ঠাইৰ পৰা আপোনা আপুনি চলিব নোআৰে। এই হেতুকে তাক নিৰ্জ্জিব বস্তু বোলে।

সকলো বস্তু পৰম ঈশ্বৰৰ দোআৰাই সৃজা হল। নির্জ্জিৱ আৰু জিৱ থকা সকলো বস্তুকে তেঁও আদিতে সৃজিলে। বেলি, জোন, তৰা, আৰু আমি জিহৰ ওপৰত নিবাস কৰোঁ সেই প্রিথিবি, আৰু সাগৰ, গচ গচনি, সকলো বিধ জন্তু, আকাসত, সাগৰত, প্রিথিবিত থকা জি জি আছে, সেই সকলোকে তেঁও সৃজিলে। এই কাৰনে ঈশ্বৰক সৃজন কর্ত্তা বোলে।

পৰম ঈশ্বৰ আত্মা স্বৰূপ; এই হেতুকে তেঁও অদ্রিস্য। জদ্যপি কোনেও তেঁওক দেখা নে পাই, তথাপি তেঁও সকলো ঠাইতে আছে। ভাবনাৰে, কৰমেৰে আমি জি জি কৰোঁ বা ন কৰোঁ, তাক তেঁও সকলোকে দেখে আৰু জানে। পৰম ঈশ্বৰ সর্বোত্তম আৰু ন্যায়ৱন্ত। সকলো জিয়াই থকা প্রানিলৈ তেঁও আহাৰ আৰু নিশ্বাস জোগাই। এতেকে এনে দায়ালু ঈশ্বৰক তেঁওৰ ক্রিপাৰ কাৰনে ধন্যবাদ, প্রেম, আৰু প্রার্থনা কৰা, সদাই আমাৰো উচিত কৰম।

জিহেৰে ঈশ্বৰে তেঁওৰ প্রেমত, আৰু পবিত্র আত্মাইত আমাক ৰখ্যা ন কৰিব, এনে কোনো মন্দ কৰম ন কৰোঁহঁক। ধৰম সাস্ত্রই পৰম ঈশ্বৰৰ বাক্য; সেই সাস্ত্র আমাৰ সিখ্যাৰ কাৰনে তেঁও আমাক দিলে। জদি আমি নম্র মনেৰে সেই সাস্ত্র পঢ়োঁ, সিকোঁ, তেন্তে মহত সৃজন কর্ত্তাৰ কৰম, আৰু মানুহৰ সন্তানবিলাকলৈ তেঁওৰ ক্রিপা কেনে, সেই সকলোকে আমি সিকিব বুজিব পাৰিম। ব. ন.

## বনিয়ন চাহাব আৰু বন্দিসাল ৰখিয়াৰ কথা।

Anecdote of John Bunyan.

বনিয়ন নামেৰে জি চাহাবে জাত্রিকৰ জাত্রাৰ বিবৰন লিখিছিল, তেঁও ধৰমৰ কাৰনে অতিসই ভাবনা পোআ হৈ, ১২ বছৰলৈকে বন্দিসালত বন্ধা হৈ আছিল; আৰু সেই সময়ত তেঁও এই উত্তম পুথি লিখিছিল। বন্দিসালৰ ৰখিয়াটে বহু বছৰ তেঁওৰ সজ বতাও আচৰন দেখি, তেঁওক অনেক ৰূপে মায়া প্রিতি কৰি, কেতিয়াবা কেতিয়াবা তেঁওক গুপুতে পৰিয়ালৰ নাইবা মিতিৰবিলাকৰ লগত দেখা দেখি হবলৈ ঘৰলৈ জাব দিএ। চাহাবৰ অধৰমি সত্রুবিলাকে ইয়াকে জানি, মনত অসূয়া কৰি বন্দিসাল ৰখিয়াৰ ভয়ৰ কাৰনে, লণ্ডন নগৰৰ পৰা ৰজাৰ ঘৰৰ এটা মানুহক জনাবলৈ পঠিয়ালে; আৰু সেই মানুহ অহাৰ সময়ত তাক কলে, বন্দিসাল ৰখিয়াৰ অবিশ্বাস বিচাৰিবৰ নিমিত্তে অকস্মাতে দুপৰ ৰাতিৰ সময়ত বন্দিসালত জাব লাগিব। সেই ৰাতিত বনিয়ন চাহাবে ঘৰলৈ জাবৰ অনুমতি পাই ঘৰলৈ গৈছিল, কিন্তু তেঁওৰ মন অস্থিৰ হোআত কোনো মতে জিৰাব নোআৰিলে; এই কাৰনে তেঁও তিৰোতাত কলে, জদ্যপি ওৰে ৰাতি থাকিবলৈ অনুমতি পালোঁ, তেও মোৰ মন এনে অস্থিৰ হৈছে, মই থাকিব নোআৰোঁ, একে বাৰে বন্দিসাললৈ উভতি জাম, ইয়াকে কৈ তেঁও বন্দিসাললৈ উভতি গল। বন্দিসাল ৰখিয়াই ইয়াকে দেখি মনত বেজাৰ পাই কলে, এনে সময়ত কেলেই আহিলা? পাচে দুপৰ ৰাতিৰ সময়ে অকস্মাতে ৰজাৰ ঘৰৰ মানুহ আহি, বন্দিসাল ৰখিয়াক সুধিব ধৰিলে বোলে, বন্দিসালত সকলো মানুহ আছে নে? আৰু বনিয়ন চাহাব ইয়াতে আছে নে নাই, ইয়াক মই দেখিব খোজোঁ। তাতে ৰখিয়াই তেঁওক আহিবলৈ কোআত, তেঁও আহিল; এই কাৰনে ৰখিয়াৰ একো দোস ধৰা ন হল। পাচে ৰজাৰ ঘৰৰ মানুহ গলত, ৰখিয়াই বনিয়ন চাহাবক মাতি কলে, তুমি আপোনাৰ ইচাৰ দৰে অহা জোআ কৰিবা; কিয়নো উভতি আহিবলৈ উচিত সময় তুমি জেনেকৈ জানিচা, মই তেনেকৈ জানিব নোআৰোঁ। ঘি.

## আনন্দেৰে মৰন।

A Peaceful death.

কলিকতা চহৰৰ দখিন ফালে থাৰি গাঁৱত থকা সন্যাসি মিস্ত্রি নামেৰে, সেই গাঁৱৰ বাপ্তিষ্ট মণ্ডলিৰ লোক এজন আছিল। তেঁওৰ আচৰন সদাই অতি উত্তম হৈছিল; তেঁও অতি

নমু, আৰু আপোনাৰ মৰনৰ আগেএ দুই এক মাহতে ধৰম পুথি পঢ়িবলৈ সিকি, তাক পাই বৰ আনন্দিত আছিল। তাৰ মৰনৰ বিসয়ে তলত লিখা বিবৰন সেই ঠাইৰ এজন দেসিয় ধৰম উপদেসকে লিখি জনাইচে।

মাৰ্চ মাহৰ ৪ তাৰিখে সন্যাসি মিস্ত্ৰিক মাউৰে ধৰাত, তাতে অনেক মানুহে তাক দেখিবলৈ আৰু উপকাৰ কৰিবলৈ আহিল। প্ৰথমতে সি ৰক্ষ হবৰ ভাবনা আছিল, কিন্তু দুপৰ ৰাতিৰ পৰা তাৰ বেদনা অতিসই বঢ়াত তাৰ সাহএকে কালাচাঁদ ভাইক মাতিলে, কিন্তু সেই সময়ৰে পৰা সি জিব বুলি ভাবনা ন কৰিলে। এই হেতুকে কালাচাঁদে সুধিলে তুমি পৰকালৰ বিসয়ে তোমাৰ মন খিৰ ৰাখিচা নে? সি উত্তৰ কৰিলে, ইশ্বৰতে মোৰ ভাবনা; তেঁও মোক উধাৰ কৰিব। পাচে সেই ভায়েকে সুধিলে, তোমাৰ এই ভাবনাৰ কি মূল? তেঁও উত্তৰ কৰিলে, মই জানোঁ, ইশ্বৰৰ পুথিত লিখা আচে, পাপিবিলাকক উধাৰ কৰিবৰ নিমিত্তে য়িচু খ্ৰিষ্টে আপোন প্ৰান দিলে। পাচে আকও সুধিলে, ইশ্বৰে তোমাক গ্ৰহন কৰিব বুলি তুমি ভাবিচা নে? সি উত্তৰ দিলে হই, তেঁও গ্ৰহন কৰিব বুলি ভাবোঁ, কিয়নো মই খ্ৰিষ্টত আস্ৰই লৈচোঁ; আৰু তেঁওৰ দোআৰাই মই ইশ্বৰৰ ঠাইলৈ জাম। তুমি অলপ মান প্ৰাৰ্থনা কৰিব পাৰা নে? মই অতি নিৰ্বলি, অনেক কথা কব নোআৰোঁ; মনৰ ভিতৰতে কওঁ; হে প্ৰভু, মোক এই জাতনাৰ পৰা ৰখ্যা কৰি আপোনাৰ ঠাইলৈ লৈ জোআ। পাচে অতি বেগে তাৰ সৰিল দুৰ্বল হৈ গলত সি কলে, মই তোমোলাকৰ লগত সৰহ কথা কব নোআৰোঁ; তুমি মোৰ নিমিত্তে প্ৰাৰ্থনা কৰা। পাচে আপোনাৰ দুখিত তিৰোতা আৰু সন্তা নলৈ ঘুৰি চাই কলে, মই গলে ইহঁতবিলাকৰ কথা কবা। তেতিয়া সকলোএ ক্ৰন্দন লোক কৰিবলৈ ধৰিলত, সিইতৰ হাইত কালাচাঁদে প্ৰাৰ্থনা কৰিব নোআৰিলে। ইয়াৰ পাচত সন্যাসি ভায়ে আৰু কথা কব নোআৰি, পাচ দিনাৰ দুপৰ বেলাত মহা নিদ্ৰা গল। এই ভাইৰ মৰনৰ বিসয়ে গঙ্গাৰাম ভায়ে অধিক লিখিচে আমি ভাবোঁ, সন্যাসি ভায়ে সুখৰ ঠাইলৈ গল, কিয়নো ৰাতি তেঁওক জি কথা সুধিছিলোঁ, তাৰ উত্তৰ অতি আনন্দেৰে দিলে। খি.

---

## খেহু দেসৰ পৰা আচৰিত সম্বাদ।

**Exciting News from China.**

প্ৰিথিবিত থকা সকলো মানুহ লেখি তিনি ভাগ কৰিলে, তাৰে এভাগ খেহু দেসত নিবাস কৰে। সেই দেস ইমান ডাঙ্গৰ, আৰু তাত নিবাস কৰা লোক ইমান সৰহ হলেও, তথাপি খেহু লোকে সিবিলাকৰ দেস প্ৰাই গুপুত কৰি ৰাখে, কেৱল সমুদ্ৰৰ ওচৰত অলপ ঠাই মুকলিকৈ থই, আৰু ইংৰাজি আদি আন আন দেসৰ লোক তালৈ গৈ, বেপাৰ কৰম চলাই। তাত বাজে কোনো কোনো মিস্যনেৰি লোকো তালৈ গৈ, সিইতৰ ভাসা সিকি, সাধ্য মানে সত্য ধৰম গিয়ান, বিদ্যা সিকাই, তথাপি সিবিলাকৰ গাঁও নগৰৰ প্ৰাই সকলো দুআৰ বন্ধ হৈ থাকে। কিন্তু এতিয়া সেই দেসৰ পৰা ৰন বিগ্ৰহ কৰা অতি আচৰিত বাত্ৰা আহিচে। এনে কথা অনেক মাহৰ পৰা চলিচিল, কিন্তু তাৰ একো নিচই কৰিব নোআৰাত, খেহু দেসত থকা স্ৰী স্ৰী চেৰ জৰ্জ বেনহাম নামেৰে ইংৰাজি লোকৰ প্ৰধান উকিল, অতি সাহিয়াল ৰূপে এই কথাৰ নিচই জানিবলৈ মন কৰিলে। ৰাজ দ্ৰোহিবিলাক কোন, সিইতৰ সংখ্যা বা কিমান, ৰন কৰাৰ কাৰন কি, ইয়াকে চিন্‌কৈ জানিবলৈ, তেঁও এপ্ৰিল মাহৰ ২২ তাৰিখত, কল জাহাজত উঠি চাঙ্গহাই নগৰ এৰি, ২৭ তাৰিখত নাঙ্গকিন নগৰ পালেগৈ। সেই নগৰ ৰাজ দ্ৰোহ কৰা কৌজে আক্ৰমন কৰি লৈ ৰাখি আছিলে; আৰু চাহাবে জাঁওতে দুয়ো কৌজে ৰন কৰোঁতে পালে। খেহুইতে কল জাহাজত গুলিয়াইচিল, কিন্তু চাহাবে উত্তৰ সিইতক গুলিয়াবলৈ আপোনাৰ মানুহক আগ্যা নি দি, নাঙ্গকিন নগৰ নিৰ্বিঘিনি ৰূপে পালেগৈ। সেই নগৰ পাওঁতে ৰাজ দ্ৰোহি সকলে তেঁওক অতি মান্যকৈ গ্ৰাহ্য কৰিলে। তা-

ত্তে চাহাবে সেই মাহুৰ প্ৰথম ভাবিথলৈ থাকি, সিইতৰ সকলো কথা বুজ নলে । সিইতৰ সাৰ কথা এই; থেহ দেসৰ পচিম ভাগত কোনো কোনো মানুহ তার্ত্তাৰ লোকৰ কঠিন ৰাজ্য সাসন সহিব নোআৰি, স্বাধিন হবলৈ ধৰিলে; তাতে অনেক থেহ লোক ক্ৰমে ক্ৰমে লগ লৈ, সিবিলাকে বৰ জুম হল, আৰু বৰ্ত্তমান জি থেহ ৰজা হৈছে, তেঁওক ভাঙ্গি সিইতৰ ইচা মতে আন এটা নতুন ৰজা পাতিবলৈ মন কৰিলে ।

কিন্তু ই অতি আচৰিত, সিবিলাকে দেও পুজকৰ সন্তান হৈ, বোধ ধৰম আচৰন এৰি খ্ৰিষ্টিয়ান লোকৰ সাস্ত্ৰৰ কথা ৰাখে । সৰ্ব গিয়ানি, সৰ্ব সক্তিমান, সৰ্ব বিযাপি, স্ৰিষ্টি কৰ্ত্তা, জি অকল এক ইস্বৰ, আৰু জগতৰ ত্ৰান কৰ্ত্তা প্ৰভু য়িচু খ্ৰিষ্টে, আৰু পবিত্ৰ আত্মা এই তিনিএ এক ইস্বৰ বুলি মানে । মোচালৈ দিয়া ইস্বৰৰ দহোটা মহা আঁগ্যাও মানে । সিবিলাকৰ এজনে চাহাবত কলে, বোলে, আমাৰ সক্ৰুএ আমাৰ অহিত্তে অনেক মিচা কথা কই, বোলে, আমি জাদু বা মায়াপি গুনৰ দোআৰাই আমাৰ কৰম কৰোঁও, কিন্তু এনে ন হই; ইস্বৰক প্ৰাৰ্থনা কৰাত বাজে আমি একো জাদু মায়াপি কৰম কৰা নাই । এবেলি জেতিয়া আমি কেৱল দুই তিনি হেজাৰ মান মানুহ আছিলোঁ, তেতিয়া অসংখ্য সক্ৰুএ আমাক বেৰি ধৰিছিলে, আৰু আমাৰ খাৰ, আৰু খাবৰ বেহানিও চুকাইচিল; কিন্তু আমাৰ স্বৰগত থকা পিত্ৰি নামি আমাক উপাই দেখালে । তাতে আমাৰ নৰা তিৰোতা আমাৰ মানুহ জুমৰ মাজত ৰাখি, সক্ৰুবিলাকৰ মাজত বাট মুকলি কৰি সিইতক নিচইকৈ জিকিলোঁ; আৰু জদি ইস্বৰৰ ইচা হই জেন আমাৰ নতুন ৰজা থেহ দেসৰ অধিপতি হব, তেন্তে তেঁৱে অৱস্য হব; কিন্তু জদিহে ন হই, তেন্তে আমি সকলোএ মৰিবলৈকো জুগুত আচোঁ ।

সিবিলাকে বোধ ধৰমৰ সক্ৰু; তাৰ সকলো মুৰ্ত্তি, পোৰোহিত, দৌল, মন্দিৰ, বিনাস কৰি কৰি আছে । জেতিয়া চাহাবে নান্‌কিন নগৰ ওচৰ পালেগৈ, তেতিয়া নৈৰ চাৰিও ফালে, সিইতে ভাঙ্গি পেলোআ মুৰ্ত্তি ওপঙ্গি ওপঙ্গি আচিল । থেহ দেসৰ বৰ্ত্তমান ৰাজ্য ভাঙ্গিবলৈ ইস্বৰে সিইতক পাঁচিচে বুলি, সিবিলাকে বৰ সাহেৰে বল দি জই কৰি কৰি গৈচে । সেই দেসৰে দুই প্ৰধান নগৰ, এখন উত্তম কলৰতি ভৈয়াম, আৰু য়াংচেকে নামেৰে এখন প্ৰধান নদি সিবিলাকৰ হাতত পৰিল, আৰু অনেক ঠাইতে থকা থেহ লোকৰ বহু মানুহ লগ লবলৈ ইচা কৰিচে ।

এনে আচৰিত ঘটনা সম্প্ৰতি সেই দেসত হব লাগিচে । কি জানি পুৰনি ৰাজ্যৰ সেস আহিল; কি জানি পৰম ইস্বৰে সেই বৰ দেসৰ সকলো দুআৰ মুকলি কৰিচে; কি জানি স্বৰুপ ধৰম গিয়ান, বিদ্যা প্ৰকাস কৰাই, সেই দেসৰ লোকক দায়া কৰিবলৈ ধৰিচে; কিন্তু এতিয়া একো বিসেসকৈ লিখিব নোআৰোঁ । বিস্বাস কৰিব পৰা বাত্ৰা আহিলে, আমাৰ অৰুনোদই পৰ্হা সকলৰ নিমিত্তে চাপি বুজাম; কিন্তু সেই ঘটনাৰ পৰা জেইৰা ন হওক, তেও ইস্বৰে দিয়া সাস্ত্ৰৰ ভবিস্যত কথা চাই, এটা অতি আনন্দ কাল আহিচে বুলি জানোঁ;

"ৰন বিগ্ৰহ ওৰ পৰিব সেই ধৰম কাল,
তৰোআলেৰে সাজিব নাঙ্গলৰ ফাল,
বৰচাবোৰ ভাঙ্গিব কাচি গঢ়াই,
হওক দেসি বিদেসি, সকলো ভাই ভাই" ।

ম.



থেহ লোকৰ এবিধ মন্দিৰ ।

## তিনটা সৰু মাচৰ দ্রিষ্টান্তৰ কথা।

The Three little Fishes.

এখান সৰু নদিত তিনটা সৰু মাচ আচিল, নদিৰ গৰা অতি ওখ হোআৰ কাৰনে ধুমুহা বতাহ আহিলে তাৰ ঢৌ উঠিব নোআৰে; এতেকে সেই নদিৰ পানি অতি নির্মল আৰু সিতল হোআতে মাচ থাকিবলৈ ভাল ঠাই হেন দেখে। তথাপি সেই তিনটা সৰু মাচ তাতে একো ভাল নে পাই, মন সদাই অথিৰ হৈ চট ফটাই থাকে; ইয়াকে দেখি ইস্বৰে সিইতত কলে, তইঁতে জি জি খোজইক তাক পাবি। এই কথা সুনি প্রথম মাচটোএ কলে, মই পানিত থাকি, আৰু একে ঠাইতে সদাই কাল নিয়াই থকা ভাল নে পাও; জনৈকে ইচা হই, তলৈকে জাবৰ নিমিত্তে চৰাইৰ নিচিনাকৈ মোক পাখি দিলে ভাল পাম।

দুতিয়টোএ কলে, মই অগিয়ানি, এই কাৰনে আপোনাক ৰাখিব নে জানোঁ; মই জেন কোনো আপদত ন পৰিম, এই নিমিত্তে নানা বিদ্যা, বিসেসকৈ ৰৰখি আৰু জালৰ গুন জানিব খোজো।

ত্রিতিয়টোএ কলে, ময়ো বৰ অগিয়ানি, আৰু মোলৈ জি ভাল হই তাকে নে জানোঁ, ইস্বৰেহে জানে; এই হেতুকে মোক ৰখ্যা কৰি মোৰ হিতলৈ জি জি আচে, তাকে তেঁও দিব; আৰু মোৰ নিমিত্তে জি ভাল ন হই, তাকে নি দিব, এই মোৰ বাঞ্চা।

তাতে পৰম ইস্বৰে সিবিলাকৰ প্রার্থনা সুনি, প্রথম মাচক পাখি দিলে। পাচে সি পাখি পাই, অতি আনন্দেৰে উৰি ফুৰিব ধৰি, বৰ অহঙ্কাৰ কৰি পানিত থকা তাৰ জি লগৰিয়া আচিল, সিবিলাকক অমান্য কৰিলে। উৰি ফুৰাতে বৰ ৰঙ্গ পাই গৈ গৈ থাকিচিল, আৰু জেতিয়া ভোক পিয়াহ লাগি নির্বলি হৈ ফুৰিব নোআৰে, তেতিয়া জত পানি নাই, এনে বৰ হাবিৰ মাজত পৰি, নিৰুপাই হৈ অতি দুখেৰে মৰিল।

ইস্বৰে দুতিয় মাচৰ ইচা পুৰ কৰি তাক গিয়ান দিলে, তাতে সি সকলো বিধৰ সঙ্কট ভালকৈ বুজিবলৈ পালে; তথাপি আগতকৈ বৰ পাওক চাৰি সি বৰ দুখহে পালে, কিয়নো সঙ্কট আচে বুলি জানি তালৈ সদাই ভই কৰিলে। মই জদি অগাধ জলত থাকোঁ, তেন্তে মোতকৈ ডাঙ্গৰ মাচে পালে খাব; আৰু জদি মই তৰাঙ্গ পানিত থাকোঁ, পানি সুকাই গলে তৰত পৰি মৰিম বুলি ভাবিলে; জদি মাখি, পোক, বা আন কিবা খাব খোঁজো, তিতৰত বৰখি লুকাই আচে বুলি, খাবলৈ ভই কৰি ভোকত খিনাই গৈ মৰিল।

ত্রিতিয় মাচৰ প্রার্থনা পৰম ইস্বৰে গ্রহন কৰি তাক একো বিঘিনি নো পোআকৈ ৰাখিলে; তাতে সি বহু দিনলৈকে আনন্দেৰে কাল নিয়ালে।

হে প্রিয় লৰাটিইত, তোমোলাকৰ জিহত প্রয়োজন আচে, তাক তোমোলাকে ভালকৈ নে জানা, পৰম ইস্বৰে জানে; এই কাৰনে জি জি বস্তু তেঁও দিচে তাকে লৈ, খাই বৈ আনন্দ মনেৰে ইস্বৰৰ গুন গান কৰি থাকিবাইক; কিয়নো জি জি বস্তু তোমোলাকক দিয়া নাই, তালৈ জদি লোভ কৰি অথিৰ মনেৰে উত্তারল হৈ ফুৰা, তেন্তে জেনেকৈ সেই সৰু মাচৰ দুর্গতি হল, তেনেকৈ তোমোলাকেও অনেক দুখত পৰিবা। ক

---

## মৰমিয়াল কুকুৰ।

The Benevolent Dog.

ইঙ্গলণ্ড দেসত এটা কুকুৰৰ নেজত কোনো দুষ্ট লৰাই এটা ঘটি দিঘল বচিৰে বান্ধি থলে; তাতে কুকুৰৰ বৰ ভই লাগি বল থাকে মানে লৰি লৰি গৈচিল, পাচে মাটিত পৰি কঁপিব ধৰিলে। তেতিয়া এটা বৰ বুধিমন্ত কুকুৰ আহি আপোনাৰ ভায়েকৰ দুখ দেখিব নোআৰি, মৰম কৰি তাৰ কোনত বহিলহি; আৰু জেতিয়া তাৰ ভই কিচুমান কমিল, তেতিয়া সি আপোনাৰ দাঁতেৰে বচি কুটি কুটি চিজি, তাক মুকলি কৰি দিলে, তাতে দুয়ো বৰ আনন্দ পাই একে লগে গুচি গল আ. ই. দ.

## কামৰূপৰ বুৰঞ্জি, ৭ আধ্যা।

History of Kamrup, Chap. 7.

তদনন্তৰে পিকচাই চেটিয়াক বৰ ফুকন পাতিলে। তাৰ পাচে পুনৰ্ব্বাৰ বঙ্গাল মধুপুৰত গৰ দি বলহি, তাক সমুখে ভেকা দুঅৰা, টংচু সন্দিকৈ লোদ্দাত গৰ দিলেগৈ, বঙ্গালেও খেদি আহি লোদ্দাতে তিনি প্ৰহৰ বেলা জুজিলে। পাচে বঙ্গালে আহোমৰ গৰ ভাঙ্গিব নোআৰি আপুনি ভঙ্গ হৈ বাৰেপঁইতাৰৈ গল।

১৫৫৯ শঁক জেঠ মাহত ধৰ্ম্ম ৰাজে থাংলাই চেটিয়ায়ে উত্তমক ভঙ্গালে, উত্তমো পলাই বৰ নগৰলৈ গল, বৰ নগৰতো খেদি গৈ ঘৰ পুৰিলে, তাৰ ভঁৰালবিলাকো লুটি আনিলে, তাৰ খুৰিয়েক সৈতে লৰা চোআলিবোৰ ধৰি আনিলে; পাচে উত্তমেও দগা দি আহোম বিস্তৰ কাটিলে। পাচে আপামামেদ, অম দুই আহি চুনৰিত গৰ দিলেহি। পাচে লাইফংজাং ফুল বৰুআ, ভেকা দুঅৰা, ধৰ্ম্ম ৰজা সমে চুনৰিত গৰ ভঙ্গালে। ৰেকি, পোমৰা, জাখলিখনা এই তিনি ঠাইত থানা কৰিলে, অচমে তাৰো পৰা কাটি মাৰি খেদিলে। তাৰ পাচে বঙ্গালে ভাটোকুচিত গৰ দি বলগৈ, লাইকংজাং ফুল বৰুআ, থাংলাই চেটিয়া, ধৰ্ম্মৰাজ এই সমস্তে কালপানিত গৰ দি সমুখে বলগৈ, জেন কাঁৰে গুলিএ নে পাই; মতা মতি হৈ থাকে, এই মতে দুই মাহ গল।

সেই সময়তে বস্তুকন্দলি, মাধকন্দলি, বিৰিনা তিনি কটকিক সৰ্গদেৱে পিকচাইৰ ঠাইলৈ পঠিলে, বোলে, ফুকনে জে গুআহাটিত মাচ, পহু মাৰি বৰ আনন্দ কৰি নিচিন্তা ৰূপে খাই থাকে থাকিব পাই নে কি? আৰু বঙ্গালো বৰ নগৰতে আচে, জদি তাৰে পৰা আহি আমাৰ লোক জন কাটে, তেতিয়া কি ৰূপে ৰখ্যা পৰিব, পো নাতিলৈ বা কোন আপাহত চাউল কানি বৰ্হাব! এই ৰূপে তিনি কটকিএ কলত, ফুকনে অসন্তোস কৰি নু সুধিলে, বোল বাক্যো একো নি দিলে। পাচে তিনি কটকিও সন্তোস নে পাই গুআহাটিতে এক ৰাতি থাকিএ গল। পাচে বস্তুকন্দলি, মাধকন্দলি, বিৰিনা তিনি কটকিএ ১৫৫৯ শঁকত পিকচাই চেটিয়াক মহা ৰজাত গোচৰ দিলে, বোলে, দুই তিনি জনা ফুকনৰ দন্দহে, আৰু দুই তিৰোতাৰ দন্দ লাগে, তাকে ভাঙ্গিব নোআৰে আৰু ফুল পিন্ধিহে থাকে, সৰ্গদেৱৰ কাৰ্জ্জ কাম কি কৰিব; এই দাইতে লোহা লগাই আনি গহৰ কাখৰৰ হাতিসালত থলে নি। পাচে সৰু চকুআ বৰ গোহাইক পুৰ্ব্ব কথা সুমৰি পাণ্ডুত বৰ ফুকন পাতি থলে। সেই সময়তে ফুল বৰুআই ৰাতি দগা দি কালপানিত বঙ্গালৰ দুখান গৰ মাৰি আপোনাৰ গৰলৈ আহিল। লাইফংজাঙ্গে বিস্তৰ গালি পাৰিলে, ফুল বৰুআক বোলে, গৰ মাৰিলি জে কিয় এৰি আহিলি? পাচে ফুল বৰুআ উলটি ভঙ্গোআ গৰতে দুখ মনে থাকিলেগৈ; আন দিনা বঙ্গালে ফুল বৰুআকো আনো জিবা গৰত আচে তাকো ধৰিলেগৈ, তিনি বেলি মাৰি হোহোকালে, হাতে কটা কটি কৰিলে, ঘোঁৰাৰ সৰে মানুহৰ সৰে খাৱৈ উপচিল, তথাপি জুধ নেৰিলে। এই মতে তিনি প্ৰহৰ বেলা গল, তথাপি গৰ ভাঙ্গিব নোআৰিলে, পাচে তাৰ জি ওমৰাওবোৰে জুধ কৰাইচিল, সেই সমস্তে ধৰিলেহি; আহোমৰ লোকৰ ভাগৰ হৈচিল সেপ ঘুটিবকো নোআৰে, কাঁৰ গুলিও চুকাল; কাৰো কেৰে মধ্যাহ্ন হল, পাচে সমস্তে গৰ ভাঙ্গি পলাল, আৰু দুখন গৰ বঙ্গালৰ মাজতে নে ভাগি বল, তাকো মাতি ৰাতি আনিলেগৈ, ১৫৫৯ শঁকত মাহ কাতি তাৰিখ ২৮ ৰবিবাৰ।

পাচে দুই দিন অন্তৰে ফুল বৰুআৰ দুই ভায়েক পলাই আহিল। তাত পাচে মিৰ্জ্জাজইনা, আহলই খাঁ, মহমদ জোমা, মাচু খাঁ, ৰামচন্দ্ৰ কাৰ্জ্জি, উত্তম মিয়াচান্দ সৰে একত্ৰ হৈ বাৰেপঁইতাৰ অচমৰ কৈদক খেদিলে; তথাপি এক প্ৰহৰ বেলা জুজিহে এবাল, অচমে বিস্তৰ লোক পৰিবৰ দেখি ৰলে নোআৰি ভাগিল। পোলোঙ্গা কোঁঅৰ পৰিল, টংচু সন্দিকৈ, লেচাম হাৰি বৰুআ এই দুই এৰাই আহিল, শঁক ১৫৫৯ মাহ আঘোন দিন ৫।

জি কিছু ভগনিয়া লোক এৰাই আছিল, সিও পাণ্ডু, সৰাই ঘাট পালেহি। জিবা সৰু চকুআ গোঁহাই সেনাপতি হৈ আছিল, তেঁওকো বাতে, ধৰিলে, বঙ্গালেও চেপি আহে; পাচে মহা ৰজা সুনি মৰঙ্গিৰ পাতৰ, ধাওা ধৰা কোঁঅৰ দুইকো মলথু বচা কাঁৰি সৈতে পঠাই দিলে, সিবোৰো পালেগৈ; সেই সময়তে মির্জা, জাহিনা প্রমুখে বঙ্গালো আহি, পাণ্ডু, সৰাইত ততকালে ধৰিলেহি; মাজত দিন ৰাতিটোহে হল, থিত লৰলৈকো নে পালে। পাচে ভগনিয়াৰ লগতে মৰঙ্গিৰ পাতৰ, ধাওা ধৰা কোঁঅৰ দুয়ো কাজলি এৰি কলিয়াবৰ পালেহি, পাণ্ডু, সৰাই ঘাটত একাটি কাঁৰো মাৰোঁতা ন হল। আৰু ৰজত নাও নাৱৰিয়া পাণ্ডুত আছিল সকলোবোৰ বঙ্গালে নিলে।

সেই বেলা পর্বতিয়া বৰ গোঁহাই, দিহিঙ্গিয়া বৰ গোঁহাই, লাকো বৰ পাতৰ, গোঁহাই সলাৰ পৰা গৈ কলিয়াবৰত গৰ দি বল। বঙ্গালেও ১৬ খন নাৱেৰে গোভিটাক আহি তৰলিত পানি চাই উলটি কাজলিলৈকে গল। পাচে তিনি জনা গোঁহায়ে সর্গদেৱৰ চৰনলৈকৈ পঠালে, বোলে, বঙ্গালে মাৰি কাটি কাজলি পালেহি; সর্গদেৱে আগ্যা দিওক, কাজলিতে আমি বঙ্গালক ধৰোঁগৈ। পাচে মহা ৰজা সুনি পিকচাই চেটিয়াক বৰ ফুকন পাতি লুইতে পঠালে, গোঁহাইবোৰক হাক দি পঠালে, বোলে, আন বৰুআ ফুকনক মাত্র পঠাব, চামধৰা গৰ আঁওতাই তাতে থাকোকগৈ, গোঁহাইবোৰ নে জাব। পাচে গোঁহাইবোৰে মহা ৰজাৰ কথা ন লৈ পিকচাই চেটিয়া নৌ পাওতেই সৈন্যে সৈতে খেদি গল। পাচে ৰজা সুনি গোঁহাইবোৰক ভাল নু বুলিলে। বৰুআবোৰে গৈ আঠ দিন বঙ্গালেৰে জুধ কৰিলে, দিনে দিনে স পঙ্কাস পৰিল, ইয়াৰ কুলি পৰিল। পাচে গোঁহাইবোৰে বোলে, একে দিনে বঙ্গালক মাৰোঁ, এই বুলি খেদি বৰ বৰুআ, পিকচাই প্রমুখে নাৱে ভৰে বঙ্গালক ধৰিলে। প্রথমতে বৰ বৰুআৰ নাও আগে মেলি গল, বঙ্গালৰ নাও খুপিত আছিল; তাক কেৱে নে দেখিলে, তথেও হতা হতি জুধ লাগিল। পাচে বঙ্গালে ঘুলিৰ পৰা ওলাই পাচৰ পৰা বৰ বৰুআক ভেটিলেগৈ, মমাই তামুলি বৰ বৰুআও পানিত জাঁপ দি পৰিহে এৰাল। পাচে সকলো নাও ভঙ্গ হল, তকুআ লোকো পলাল; গোঁহাইবোৰো নাও এৰি ভঙ্গ খালে, টংচু সন্দিকৈও তৰোআলৰ ঘা পাই জেন তেনকৈ এৰাই আছিল, চিৰিঙ্গভাঙ্গ পৰিল, বুৰা গোঁহায়ে পাচত থাকি নাৱৰ লগ নেৰিলে; বিস্তৰ লোক পানিত পৰি মৰিল। পাচে সকলোএ নাও চপাই তৰ উঠি পলাল, নাৱৰ আহিলা পাতি বিস্তৰ পৰিল, জেন তেন মতে কলিয়াবৰ পালেহি। পাচে মহা ৰজা সুনিলে, নু জুজি পলাই অহা লোকক কাটিব দিলে। ৰুকং চেটিয়াক, বিহুআ বৰাক, গলমনিকক, হালোআ হাজৰকিয়াক কাটিলে, আনো হাজৰকিয়া, সইকিয়া, বৰা বিচাৰ কৰি কাটিলে। তিনি গোঁহাইকো খজিলে, ৰজাৰ হস্তি, ৰজাৰ লগুআ, নাও নাৱৰিয়া আনো লোক কাঢ়ি আনি বৰ বৰুআ পিকচাইৰ হাতত দিলে। গোঁহাইবোৰক আপোনাৰ বিলতিয়া লোকেৰে চামধৰাত থাকিব দিলে, সক ১৫৬০ ভাদত।



## অনেক দেসৰ সম্বাদ।

Journal of Events.

১৫ মেই দেও বাৰে কোঁঅৰপুৰ মৌজাৰ ধাঁহি গাঁৱৰ ভলক হাৰিৰ পুতেক, ৰগফুল নামেৰে এটা ১১৷৷ বচৰিয়া লৰা, আৰু আন দুই লৰাই সৈতে দিখৌ নৈৰ দাঁতিত উমলি থাকোঁতে, তিনি বাজি মান বেলিৰ সময়ত পানিত পৰি মৰিল। এক ঘণ্টা মান বেলিৰ পাচে

মৰা চাইৰ পৰা পাক এটাৰ ভাটি বালি চট এটাত, লৰাৰ স বাগৰি জোৱা শ্ৰী ৰামচাহা চৰেদাৰে দেখি, সেই লৰাৰ বাপেকক দেখুআলত, তাই চাই আপোনৰ ভাই বুলি জানিলে; আৰু বাপেকক মাতি কলত সি আনি থৰি দিলেনি।

১১ মেই বৃহস্পতি বাৰে কৌঅৰপুৰ মৌজাৰ উলতলি গাঁৱৰ, জাবৰি গৱিয়ানিৰ পুতেক ৮ বচৰ বয়সিয়া পদপুৰ নামেৰে এটা লৰাই, তাৰ ভিনিহিয়েক আঞ্চুএ নৈতে দিখৌ নৈত থকা অচম কম্পানিৰ লোহাৰ নাও চাবলৈ গৈচিল; ভিনিহিয়েক নাৱৰ ভিতৰলৈ সোমাই গল, সি থিয় হৈ আচিলে; পাচে দুই বাজি মান বেলিৰ সময়ত সেই পদপুৰ লৰা কেনেবাকৈ বাগৰি পৰি নাৱৰ তল সোমাল, পুনৰ নে দেখিলে। পাচ দিনা সুকুৰ বাৰে ৮ বাজি মান বেলিৰ সমই, মৌলৌ দেৱানৰ ঘাটৰ বালি চটত তাৰ স পাই আনিলে। কিন্তু তাৰ পেটৰে পৰা তল ভোথৰৰ মঙহ আটাই থনি মাচে খালে; কেৱল হাৰবোৰ মাধোন আচিল; আৰু চালবোৰ বথলিয়াই থোআৰ দৰে ওলমি আচিল; সোঁ হাতৰ মঙহো সেই প্ৰকাৰেই খালে।

জুন মাহৰ ১৩ তাৰিখত নগাঁও জিলাৰ পৰা শ্ৰীযুত কাপ্তান বটলৰ চাহাবে পত্ৰ লিখি পঠাইচে, বোলে, মেই মাহৰ পৰা সেই জিলাত মাটিৰৰ দোআবাই ৯,০৬০ মানুহ মৰিল। আৰু পহুবোৰতো ৰোগ লগাত ২১,৬,২৫ গৰু মৰিল।

আৰু সেই জিলাৰে পৰা শ্ৰীযুত পাদুৰি ব্ৰদার্দ চাহাবে লিখি পঠাইচে, বোলে, সেই জিলাৰ মাজৰ খাতোআল গাঁৱত থকা, মধু নামেৰে এজন মানুহৰ ১৮৪৮ সনৰ ১৯ অক্তোবৰ তাৰিখে এটা লৰা জনমিল, সেই লৰাৰ ঠেং ৩ টা, হাত ৪ টা, চকু ৪ টা, কঁপাল খন নিচেই থিয়।

শ্ৰীযুতা মাৰ্চিয়নিচ অফ ডালহৌচি, অৰ্থাত শ্ৰীল শ্ৰীযুক্ত গৱৰ্নৰ জেনৰল বাহাদুৰৰ মহিষি মেই মাহৰ ৩ তাৰিখে মিৰ্ত্যু হল। তেঁৱে ভাৰত বৰিসত ৬ বচৰ থাকি, অতি দুৰন্ত ৰোগত আসকতিয়া হৈ, আপোন দেসলৈ জাবৰ নিমিতে, মনাৰ্ক নামেৰে জাহাজত উঠি গৈচিল। কিন্তু লণ্ডন নগৰলৈ ২ দিনৰ বাট থকাতে সমুদ্ৰৰ ওপৰত তেঁও মহা নিদ্ৰা গল। এই বাত্ৰা সুনি ভাৰত বৰিসত থকা সকলো ইংৰাজি লোকে অতি অসন্তোস পাইচে। আৰু এই সোকৰ বাত্ৰা পাই, শ্ৰীল শ্ৰীযুক্ত গৱৰ্নৰ জেনৰল বাহাদুৰো কি জানি বিলাতলৈ জাব।

## আগষ্ট, অৰ্থাত ভাদ মাহৰ পঞ্জিকা।

Almanac for August, A. D. 1853. Sol. Sac 1775.

| আগষ্ট | সাওন | বাৰ | তিথি | দিনমান | আগষ্ট | ভাদ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ২ | ২৭ | ১৩।১৬ | ১৭ | ২ | ৪ | ১৩ | ১২।৫৬ |
| ২ | ১৯ | ৩ | ২৮ | ১৩।১৫ | ১৮ | ৩ | ৫ | ১৪ | ১২।৫৪ |
| ৩ | ২০ | ৪ | ২৯ | | ১৯ | ৪ | ৬ | ১৬ | ১২।৫৩ |
| ৪ | ২১ | ৫ | ৩০ | ১৩।১৪ | ২০ | ৫ | ৭ | ১৭ | ১২।৫১ |
| ৫ | ২২ | ৬ | ১ | ১৩।১৩ | | | | | |
| ৬ | ২৩ | ৭ | ১ | ১৩।১২ | ২১ | ৬ | ১ | ১৮ | ১২।৫০ |
| | | | | ১৩।১০ | ২২ | ৭ | ২ | ১৯ | ১২।৪৯ |
| ৭ | ২৪ | ১ | ৩ | ১৩।৯ | ২৩ | ৮ | ৩ | ২০ | ১২।৪৮ |
| ৮ | ২৫ | ২ | ৪ | ১৩।৮ | ২৪ | ৯ | ৪ | ২১ | ১২।৪৬ |
| ৯ | ২৬ | ৩ | ৫ | ১৩।৭ | ২৫ | ১০ | ৫ | ২১ | ১২।৪৫ |
| ১০ | ২৭ | ৪ | ৬ | | ২৬ | ১১ | ৬ | ২২ | ১২।৪৪ |
| ১১ | ২৮ | ৫ | ৭ | ১৩।৫ | ২৭ | ১২ | ৭ | ২৩ | ১২।৪২ |
| ১২ | ২৯ | ৬ | ৮ | ১৩।৪ | | | | | |
| ১৩ | ৩০ | ৭ | ৯ | ১৩।২ | ২৮ | ১৩ | ১ | ২৪ | ১২।৪০ |
| | | | | ১৩।১ | ২৯ | ১৪ | ২ | ২৫ | ১২।৩৯ |
| ১৪ | ৩১ | ১ | ১০ | ১৩।০ | ৩০ | ১৫ | ৩ | ২৬ | ১২।৩৮ |
| ১৫ | ৩২ | ২ | ১১ | ১২।৫৮ | ৩১ | ১৬ | ৪ | ২৭ | ১২।৩৬ |
| ১৬ | ১ | ৩ | ১২ | ১২।৫৭ | | | | | |

এই অৰুনোদই গিয়ান ভণ্ডাৰ মোৎ সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাতে চাপা কৰা হৈচে। আগিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ টকা।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই

৮ বচৰ। মোং শিৱসাগৰ, আগষ্ট, ১৮৫৩। নম্বৰ ৮।

VOL. VIII. SIBSAGOR: AUGUST, 1853. NO. 8.

## জিব্রা পহুৰ বিবৰন।

The Zebra.

"একচক্ক" অৰ্থাত অশ্ৱ গুৰাৰে পহুবিলাক তিনি ভাগে বেলেগ হই। সেয়ে এই; প্ৰথম ভাগ, জিবোৰৰ ডিঙ্গিৰ ওপৰে থকা নোমবোৰ দিঘল, আৰু ওলমি পৰে; মুৰটোৰ আগ ফাললৈ খোপ খোআ জঁটৰ নিচিনা হই, নেগুৰৰ গুৰিলৈকে নোমেৰে ভুসিত, আৰু ঠেঙ্গ চাইটাৰ ভিতৰ ফালে চিকত নোম নাই কিয়া কেৱল চকৰ চাইটা থাকে; এয়ে ঘোঁৰাৰ সাবিৰ। দুতিয় ভাগ, জিবোৰৰ ডিঙ্গিৰ নোমবোৰ ওলমি নপৰে, আৰু নেগুৰৰ আগ ভোথৰতহে ফান্দ থাকে, আগ ভৰি দুটাৰ ভিতৰ ফালে চিকত দুটা চকৰ থাকে; এয়ে গাধৰ সাবিৰ। ত্ৰিতিয় ভাগ, জিবোৰৰ ডিঙ্গিত থকা নোম আৰু নেগুৰ গাধৰ নিচিনা, গাটো হলে বাঘৰ দৰে টেঁকিয়া পতিয়া কলা আঁচবোৰে ভুৰি থাকে; এয়ে জিব্ৰাৰ সাবিৰ। ঘোঁৰা আৰু গাধৰ সাবিৰ বিবৰন পঢ়ি সকলোএ জানি আচে, এই কাৰনে সেসত্ত কোআ ভাগৰ বিবৰন কিচুমান লিখোঁ।

আফ্ৰিকা দেসৰ দখিন খণ্ডত জিব্ৰা পহু-



Hottentot hunting the Zebra.

বোৰ জাক পাতি পাতি থাকে। সিইঁতৰ গাটো ঘোঁৰাৰ নিচিনা; মুৰটো গাধৰ মুৰতকৈ চুটি, ঘোঁৰাৰ মুৰতকৈও দিঘল। ডিঙ্গিটো ঘোৰাৰ ডিঙ্গিৰ নিচিনা ডাঙ্গৰ আৰু ওখও, তাত থকা নোমবোৰ টান, আৰু ওখ হৈ থাকে; কান দুখান আঁতৰ, গাধৰ কানৰ দৰে দিঘল; গলধন ঘোঁৰাৰ গলধনৰ নিচিনা ওখ; খুৰা গাধৰ খুৰাৰ নিচিনা, নেগুৰ গাধৰ নেগুৰতকৈ সৰহ ফান্দ থাকে, কিন্তু ঘোঁৰাৰ নেগুৰৰ নিচিনা ন হয়; দাঁতবোৰ ঘোঁৰাৰ দাঁতৰ নিচিনা। এই পহুবোৰে দিন ৰাতি সমানে দেখে; আৰু জদি ঘোঁৰাৰ নিচিনাকৈ ইইঁত ভাল ৰূপে বস হৈ সিকনি ন লয়েই, তথাপি মানুহৰ বেৱহাৰলৈ উচিত হয়, কিয়নো ইইঁতৰ বেগ, সহনিয় গুন অতিসই আচে; আৰু মানুহৰ দোঅৰাই বহু দিন লুটি ঘুটি প্রতি পালন হৈ থাকিলে, ইইঁতে অৱস্যে সুন্দৰ ৰূপে সিকি বস হব পৰা নিচঁয়ে আগন্তুক। ওপৰত কোআ হৈচে, ইইঁতে জাক পাতিহে থাকে; কিন্তু ইইঁতৰ জাক ঘোঁৰা বা গাধৰ নিচিনা সৰহ ন হয়; আৰু সিইঁতৰ নিচিনাকৈ ইইঁতৰ জাকে পতি এটা এটা অধিপতিও নে থাকে।

জিব্রা পহুবিলাক আজিলৈকে মানুহৰ বেৱহাৰলৈ জুগুত হোআ নাই; কিন্তু সিইঁতৰ মঙ্গহ অতি কোমল আৰু সুন্দৰ সোআদ দেখি, আফ্রিকা দেসৰ হটেন্টট্ নামেৰে কাফ্রি জাতিবিলাকে ভবিৰে নাইবা ঘোঁৰাৰেই এই পহুক মাৰিবৰ কাৰনে সদাই খেদি ফুৰে; আৰু সিইঁতক মৰাতো নিচয়ে বৰ আনন্দ পায়। সি পিচিত দিয়া নকচাত জিব্রা পহুৰ আকিয়েৰে মৰা মঙ্গহৰ আৰু সেই পহুৰ সৰিলৰ আক্রিতি দেখিব। নকচা কটাৰ বোলে জিব্রা পহুৰ গলধনত থকা নোম সুন্দৰ ৰূপে নোলাল। ওখ আৰু কান্ধিমঙ্গহৰ নিচিনাকৈ ওলাব লাগিচিল।

---

## অচমিয়া লোকে অচমিয়া ভাসা সিকাৰ ফল; দ্রিতিয় পত্র।

Advantage to the Assamese of learning their native Language.

প্রিয় বন্ধু সকল,

ইয়াৰ আগেয়ে তুমাহত আমি বিদ্যাৰ মহিমা আৰু তাক সিকাৰ ফল কিঞ্চিত লিখিচিলোঁ। কিন্তু আৰুও সেই বিসয়ৰে একেৰি লিখিবলৈ বাঞ্চা কৰোঁ। সৎ কথাক জিমান আলোচনা কৰা হয়, সিমান দেসৰ উপকাৰো হয়

কোন ভাসা অলপ কালতে সিকিব পাৰিম, বিদ্যা সিকিবৰ পুৰ্বেই এনে বিবেচনা কৰা প্রয়োজন। কিন্তু জি দেসত আমাৰ জনম হৈচে, জি দেসতে আমি আচোঁ, আৰু জাৰ কথা আমি উপজিবৰ দিনৰে পৰা মৰিবৰ দিনলৈকে নে পাহৰোঁ, সেই ভাসাৰ নাম মাত্রি ভাসা বা স্বদেসৰ ভাসা বোলে; আৰু ইয়াকে অচমিয়া লোক সকলে প্রথমে সিকা উচিত। বিদেসি ভাসা প্রথমে সিকা বিদেসি লোকৰ পখ্যে বৰ কঠিন; তাৰ প্রমান এই, জে আমাৰ দেসৰ জিবোৰ পৰ্হাসালিত বঙ্গালি পুথি পৰ্হায়, তাৰ চাতৰবিলাকে কেৰে ৭।৮ বচৰ পৰ্হিও, সুধ বঙ্গালি ভাসাৰে কাকত এখন লিখিব নোআৰে, আৰু কথাৰ অৰ্থও কব নোআৰে। এতেকে আমাৰ দেসি লোক সকলে প্রথমে অচমিয়া ভাসা সিকা উচিত, আৰু তাক সুন্দৰকৈ জানি, পাচে আন ভাসা সিকা সৰ্বতো ভাৱে প্রয়োজন।

ভাসাৰ প্রধান বিদ্যা এই কেই বিধ পুথি।

| | |
|---|---|
| ব্যাকৰন | Grammar. |
| ভূগোল বিদ্যা | Geography. |
| পুৰাব্রিত্ত | History. |
| পদাৰ্থ বিদ্যা | Philosophy. |
| অঙ্ক বিদ্যা | Mathematics. |
| জ্যোতিস বিদ্যা | Astronomy. |
| উদ্ভিদবিদ্যা | Botany. |
| ৰসায়ন বিদ্যা | Chemistry. |
| সাৰিৰস্থান | Anatomy. |
| সাৰিৰ বিধান | Physiology. |
| সিল্প বিদ্যা | Mechanics. |
| ভূতত্ত্ব বিদ্যা | Geology. |
| চিকিৎসা বিদ্যা | Medicine. |
| মনোবিগ্যান | Metaphysics. |
| ধৰ্ম্ম নিতি | Science of Morals. |

জি ভাসাত এই সকল বিদ্যাৰ পুথি আচে, তাকেই সম্পূৰ্ন ভাসা বোলে, আৰু তাক পৰ্হিলে

মানুহৰ মনৰ এন্ধাৰ গুচে। কিন্তু অচমিয়া ভাসাত ই সকলৰ এবিধ পুথিও নাই, কেৱল অতি সামান্য সামান্য অঙ্ক, আৰু মাটি পিয়লৰ আৰ্জ্জা কেইটা মান, আৰু ৰামায়ন, মহা ভাৰত প্ৰভৃতি কেই খন মান পদ পুথি আছে, তাত ই সকল পুথিৰ বিসেস কথা পোৱা নে জাই, ব্যাকৰনৰ দোস গুনৰ বিচাৰো নাই। আমাৰ দেসত জি নিদান সাস্ত্ৰ চলিত আছে, তাক লোকে ন পঢ়ি কেৱল কেতবিলাক অমুপকাৰি ঔসধ বেৱহাৰ কৰি থাকে। এতেকে জেনেকৈ অচমিয়া ভাসাত ওপৰত লিখা পুথি সকল হই, তাক সকলোএ জতন কৰা উচিত। সকলোএ একে চিত হৈ ইংৰাজি, সংস্কৃত আদি আন আন ভাল ভাসাৰ পৰা তাঙ্গি আমাৰ দেসৰ ভাসাত সেই সকল পুথি ৰচিবলৈ ধৰা। আমাৰ দেসৰ পঢ়াসালিবিলাকত বিদেসি ভাসাৰ পুথি চলন হোৱা, আৰু অধ্যাপক চাতৰ সকলৰ পঢ়োৱা, আৰু পঢ়াৰ কুৰিতি থকা গুনে দেসৰ ভাসা আৰু বিদ্যা ব্ৰিধি হবৰ আগন্তুক নাই। এতেকে সকলো কুৰিতি গুচাই অচমিয়া ভাসাৰ পুথি চলাবলৈ দেসাধিকাৰত গোচৰ কৰা।

প্ৰিথিবি স্ৰিষ্টি হবৰ পৰা মানুহে দুখ পাই আছি, এতিয়া ক্ৰমে পদাৰ্থ বিদ্যা আদিৰ আলোচনাৰ দোৱাৰাই সভ্য আৰু সুখিয়া হৈছে; আৰু ইস্বৰৰ এনে কোনো নিয়মো থাকিব পাৰে জাক জানিলে আৰু প্ৰতিপালন কৰিলে, ৰোগ বিয়াধিৰ পৰাও কিছু ৰখ্যা পাবৰ আসা থাকে। কিন্তু এনে নিয়ম বা বিদ্যা আজিলৈকে প্ৰকাস হোৱা নাই। সুনা গৈছে, আমেৰিকা দেসৰ আদি বাসি তিৰোতাই স্বামিৰ লগত জাঁওতে বাটতে প্ৰসৱ বেদনা উপস্থিত হলে গচৰ তলত অধিক কষ্ট নো খোৱাকৈ লৰা ওপজাই আকৌ বাট বুলিবলৈ ধৰে। ইউৰপ ইত্যাদিতো প্ৰসৱ বেদনাৰ জাতনা ঔসধৰ গুনে বিস্তৰ নাই। বিদ্যাৰ অনুসিলন বিনে ই দুখ সকল মোচনৰ আন উপাই নাই, বিদ্যা ভালকৈ সিকিলে আমি অৱস্যে এই অনেক আপদৰ পৰা মুকুত পাম। এতেকে হে প্ৰিয় বন্ধু সকল, বিদ্যা সিকিবলৈ জতন কৰা। অসাৰ কাৰ্জ্জৰ আলোচনাত দিন নি নিয়াই, জেনেকৈ দেসৰ উপকাৰ হব, ভাসা, বিদ্যাও ব্ৰিধি হব, অগিয়ান আৰু দুখ দুৰ হবও তাক চিন্তা কৰা, আৰু সকলোএ মিলি সমাজ পাতি পৰম পুৰুসাৰ্থ কৰা। আমি সাধ্য মতে বিদ্যাৰ মহিমা, বিদ্যা সিকাৰ ফল, দেস ভাসা-সিকাৰ ফল বৰ্ননা কৰিলো; জদি সকলোৰে পৰা উত্সাহ পাঁও, তেন্তে আমাৰ দেসৰ বিবাহ প্ৰনালিৰ বিসয়েও কিঞ্চিত লিখিবলৈ বাঞ্চা কৰোঁ, ইতি।

কলিকতা, ১২ জুলাই, সন ১৮৫৩।

কলিকতা নগৰত থকা তোমোলাকৰ বন্ধু
এজন অচমিয়া লোক।

---

## অচমিয়া লোক সকলৰ হিত কথা।

A friendly word to the Assamese.

মহা মহিম শ্ৰীজুত অৰুনোদই সম্পাদক চাহাবৰ প্ৰতি নিবেদন।

হে মহাসই, এই কাকত খানি আপোনাৰ গিয়ান ভণ্ডাৰ আৰু সকলো দেসলৈ বিয়াপি জোৱা কাকতৰ দাঁতিত ঠাই দি অনুগ্ৰহ কৰিব।

মহাসই, কলিকতাৰ পৰা আমাৰ জি অচমিয়া বন্ধু এজনে লিখা পত্ৰ দুখানি আপোনাৰ মেই আৰু জুলাই মাহৰ অৰুনোদইত প্ৰকাস কৰিছিল, তাক দেখি গিয়ানি সকলে উচিত সম্বোধনেৰে তেঁওক প্ৰসংসা কৰিছে। কিন্তু আমাৰ দেসৰ লোক সকল সভ্য হোৱাৰ আসাৰে জে তেঁও নিবেদন পত্ৰ প্ৰকাস কৰিছে, তাতে কেৱল তেঁওৰ অসাৰ ভ্ৰম দেখি বৰ অসন্তোস পাইচোঁ; কিয়নো জেনেকৈ বৰ ৰদত পিয়াহে ধৰা পহুএ ব্ৰহ্মপুত্ৰৰ সুকান বালিক পানি জেন মানি তাক পিবৰ মনেৰে হাবিৰ পৰা লৰি গৈ পানি নে পাই জেনে হই, তেনেকৈ তেঁওৰ বাঞ্চাও নিস্ফল হোৱা দেখিচোঁ। তেনেকুৱা গিয়ানৰ কিতাপ আৰু পুথি ইয়াত পোৱা জাই, কিন্তু সি সোতৰ আহুদি মাত্ৰ। আৰু ভাল ভাল সকলৰ ঘৰত জি জি কিতাপ আছে, সেয়ে সিবিলাকৰ

চাইহে বন্দি কৰিচে; আৰু গিয়ানৰ সাগৰ স্বৰূপ অৰুনোদই কেৱল সমনিয়া মানুহৰ সাৰিত ন ললে বেয়া দেখিহে কোনো কোনোএ লৈচে, কোনোএ লৈয়ো এৰি এৰি দিচে। সেই অৰুনোদই চালে কি উপকাৰ হব পাৰে, তাক আমাৰ দেসৰ মানুহে ভালকৈ বিচাৰ ন কৰে, আৰু নে চাই। জি জি লোকে অৰুনোদই লৈ-চে, আৰু জাৰ জাৰ ঘৰত কিতাপবোৰ আচে, তাক প্ৰায়ে পোক, পৰুআ, এলাহুএহে দেখা পাই আৰু আসুয়ো লই, তাৰ মুল কাৰন বিচাৰিলে আমাৰ দেসৰ প্ৰাই সমস্ত লোকৰ হিদয়ত বিবেচনা, অৰ্থাত কথাৰ আগ গুৰি ভৰা এনে কটিয়াৰ গুটি এটিও নাই, এই বিসই অনেক প্ৰমান আচে। সম্প্ৰুতি কম্পানিৰ দিন হলত জি জি মানুহে কাচাৰিত কাম কৰিবলৈ পাইচে সিবিলাক কেতবোৰ, আৰু বিসেসকৈ সিবিলাকৰ কোনো কোনো ডেকা লৰা সকলে আপোনাৰ দেসৰ বিদ্যা, ভাসা, পিন্ধা উৰা সকলোকে বেয়া জেন মানি বঙ্গালিৰ মতে প্ৰৱৰ্ত্তিৰ খোজে, কিন্তু সেই পোনেও ভালকৈ নোআ-ৰি আপোনাৰ দেসৰ চলনো এৰি, মাজতে লেটি পেটি হৈ দুটামান আখৰ লিখিব পাৰিলেই, আৰু কোনো কোনো বৰ সকলেও গৱৰ্ণমেণ্ট গেজেটক "বেকেট" বুলিব পৰা পৰ্জন্ত বিদ্যা হলেই ভাগৰিয়া হল, আৰু সকলো বিদ্যাৰ পাৰ হলোঁ হেন মানি, কেৱল আপোনাকে আপুনি প্ৰসংসা কৰি অসাখ্যাত লোকক নিন্দা কৰা প্ৰভৃতি কৰ্মত প্ৰবিষ্ট হই। সেই কাৰনে ইটে সিটে সকলোএ জদু বংসৰ দৰে পেটে পেটে কটা মৰাৰ নিচিনা সত্ৰু হৈ সকলোএ সকলোকে হিংসা অসুয়া কৰে; কিন্তু ওচৰৰ পৰা লোৰ বেৰত গুলি মাৰিলে উভতি আহি তাৰ গাত পৰিব বুলি নে ভাবি, আপোনাৰ ভৰিত আপুনি কুঠাৰ মৰা দৰে কৰ্ম কৰিহে কাল নিয়াই। আৰু সিবিলাকৰ লৰা জুৰি সকলেও সেই বিদ্যাতেহে পণ্ডিত হৈচে; জদি এনে হল, তেন্তে সিবিলাকৰ উপকাৰৰ নিমিত্তে কিতাপ কৰা বা গিয়ানৰ কথা লিখা কেৱল হাবিত কন্দাৰ নিচিনাহে।

এতেকে আমি অতি ব্যস্ত হৈ আমাৰ প্ৰিয় বন্ধু সকলক জনাইচোঁ, জদি সিবিলাকে আপোনাৰ অবিদ্যা আৰু অহঙ্কাৰ আদি মামৰে ধৰি থকা গোট লো স্বৰূপ মনক প্ৰথমে বিবেচনা কমাৰৰ হাতত অৰ্পন কৰি বুধি ৰূপ নিয়াৰি হাতুৰিৰে খুন্দাই, মামৰ স্বৰূপ দুৰ্গুনবোৰ গুচাই, তাতে গিয়ান ৰূপ তিখা দি বেজিৰ নিচিনাকৈ জোঙ্গালি গিয়ানি সকলৰ উপদেস ৰূপ জাৰনত ঘঁহিলে, সুন্দৰ চোকা হৈ সকলো বিদ্যা বিন্ধি বিন্ধি সৰ পাৰিব। এই গুনে দেসলৈ হিতকাৰি গিয়ানি বন্ধু সকলে সম্পাতি এই ৰূপ কৰিবলৈ আৰু কৰাবলৈ মন দিয়োক। কিন্তু কলিকতাৰ পৰা পত্ৰ লিখা বন্ধুৰ দৰে গিয়ান উদই হবলৈ পত্ৰ লিখিলে তাক চাবলৈও মানুহ আচে।

তাৰিখ ১৫ আগষ্ট, সন ১৮৫৩।

আপোনাৰ দেসলৈ হিত বাঞ্চা কৰা ওপৰ অচমত থকা এজন অচমিয়া লোক।

---

☞ অৰুনোদই সম্পাদকে ওপৰৰ দুই পত্ৰ আনন্দেৰে অৰুনোদইত থান দিচে। এই দেসৰ দুই জন মানুহে জি জি কথা বাত্ৰা লিখিচে, পৰ্হা লোক সকলোএ তালৈ মন দিওক। সিবিলাকে সকলোৰে উপকাৰ চিন্তিহে সেই কথা লিখিচে; এই হেতুকে জিহতে দেসত গিয়ান উদই হই, আৰু আন আন দেসৰ দৰে আমাৰ দেসৰ লোকো বিদ্যাৱন্ত সভ্যও হব, এয়েই প্ৰধান বিসই; তাকে সকলোএ জতন কৰোক; কিয়নো এই কালত বিদ্যাইহে সঁচা মিচা ভেদ কৰিবলৈ সূৰ্জ স্বৰূপ, আৰু ধন, সোন, পৰাক্ৰম সকলো হৈচে। আমাৰ অচম দেস ইমান বচৰ পাচ পৰি থকাত এতিয়া দেসাধিকাৰে কিঞ্চিত মন কৰিবলৈ ধৰিচে; এতেকে জদি বিদ্যাৱন্ত ন্যায়ৱন্ত লোক দেসত থাকে, সেই সকলে অৱশ্যে ওখ পদ পাই থাকিব। এই দেসৰ ভাসাৰে ওপৰে লিখা বিদ্যাৰ উচিত পুথি ৰচনা কৰিবলৈ পৰম জতন কৰা জি জন সিয়ে দেসৰ উপকাৰি হব।



খেহ্ দেসৰ জঙ্ক নামেৰে সাগৰত ফুৰা জাহাজ।

Chinese Junk.

সাগৰৰ ওপৰে দি দূৰৈ দেসলৈ অহা জো-আৰ কাৰনে জিবোৰ জাহাজ জুগুত কৰা হৈচে, তাৰ মাজত খেহ্ দেসৰ "জঙ্ক" নামেৰে জাহাজ সকলোতকৈ সৰু। প্ৰাই পোন্ধৰ স বচৰ হল, খেহ্ জাতিএ সাগৰত ফুৰিচে; তথাপি এই মান সৰহ্ কালৰ ভিতৰতো সিবিলাকে সাগৰত উঠি ফুৰা জাহাজ কোনো প্ৰকাৰে উত্তম কৰিব পৰা নাই; কেৱল আগৰ দৰে সামান্য ৰূপেই আচে। তাক ওপৰত দিয়া নকচা চালেই নিচয়ে জনা হব, জে সেই বেগতে নষ্ট হব পৰা ডুঁবৰ নিচিনা বল হিন জাহাজেৰে সাগৰ পাৰ হোআত অতি দুখ আৰু আপদ সিঁওতা হই। খেহ্ দেসৰ ওচৰত থকা সাগৰ প্ৰাই সদাই থিৰ ৰূপে ন থকা হলে, সেই জাহাজ নিচয়ে হানি কৰোঁতা হলহেঁতেন। সেই জাহাজ অতি বহল; তাৰ ভিতৰত দহ্ হেজাৰৰ পৰা কুৰি হেজাৰ মোনলৈকে বস্তু একো প্ৰয়াস ন কৰাকৈএ থবলৈ ঠাই পাই; আৰু খেহ্ দেসৰ থিৰ সাগৰে দি আনিবলৈ নিয়াত কোনো হানি বা আপদ ন হই। জঙ্ক জাহাজৰ সৰহ্ ভাগ বাঁহ্ বেঁতেৰে সজা; বিলাতি জাহাজৰ নিচিনা ইয়াত লোৰ জন্ত্ৰ অধিক নাই। খেহ্‌বিলাকে পাল সাজিবৰ কাৰনে কোনোএ কাপৰৰ সলনি বেঁতেৰে মাদুৰি বনৰ সাজি লই। জাহাজ খনে পতি তিনটাকৈ মস্তুল থাকে; আৰু তাৰ মস্তুলে পতি তিনি খানকৈ মাদুৰি বনৰ পাল থাকে; সেই বলহিন পালবোৰ বতাহ্ ধৰিবলৈ তৰি দিলে বেগতে ভাগি জাই, আৰু বিলাতি জাহাজ জি ৰূপে বায়ুৰ অহিতে চলে, সেই জঙ্ক জাহাজ চলিব

নোআৰে। বিলাতি জাহাজবোৰ সুন্দৰ টান জ-ঙ্গৰ কাঠেৰে সাজি, তাৰ ওপৰত তামৰ পতা-ৰে ঢোকা হই। জহ জাহাজবোৰ সেই ৰূপে নো হোআত বেগতে ভাগি ভিতৰত থকা বস্তু-বোৰে সৈতে পানিত তল জাই। কিন্তু এহ দেসৰ নাৱৰিয়াবোৰৰ সজ উপাইৰ নিমিত্তে জহ জাহাজৰ ভিতৰত অনেক খোঁটালি সাজে; আৰু সেই খোঁটালিবোৰৰ ইটৰ পৰা সিটলৈ নিচই পানি জাব নোঅৰাকৈ বিন্ধা মাৰে। তাতে জাহাজৰ তলি ভাগিলে, একে বেলিএ এটা খোঁ-টালিতহে পানি সোমাই পূৰ হই; আনবোৰ খোঁটালিলৈ বিন্ধা ন থকাৰ কাৰনে পানিএ সি-বোৰৰ একো হানি কৰিব নোআৰে; আৰু জাহাজৰ তলৰ বিন্ধা মাৰিবলৈকো বৰ সুম নে লাগে। জহ জাহাজৰ নাৱৰিয়াবোৰ দৰ মহা খোআ ন হই; জাহাজ চলোআতে জি লাভ হই, তাকে সিইঁতে আপোন আপোন বাৰৰ অনুসাৰে বাঁটি লই। বিং সং

---

## য়োনাৰ বিবৰন।

History of Jonah.

অমিত্তইৰ পুত্র য়োনালৈ পৰম ইস্বৰৰ এই বাক্য আহিল। তুমি উঠি নিনিবি ডাঙৰ নগ-ৰলৈ গৈ তাৰ অহিতে ঘোসনা কৰা, কিয়নো মোৰ আগত সিইঁতৰ অধৰম প্ৰকাস হৈচে। কিন্তু য়োনাই পৰম ইস্বৰৰ আগৰ পৰা পলাই গৈ তাৰ্চিচলৈ জাবলৈ মন কৰিলে, আৰু জপা নগৰ পালত তাতে তাৰ্চিচ নগৰলৈ জাওঁতা এখন জাহাজ পাই, তাৰ ভেৰন দি পৰম ইস্বৰৰ আগৰ পৰা পলাই, তাৰ্চিচ নগৰলৈ জাবলৈ সেই জাহাজতে সিইঁতৰ লগত উঠিল।

কিন্তু পৰম ইস্বৰে সাগৰৰ ওপৰত বৰ বতাহ বলোআলে; তাতে সাগৰত বৰ ধুমুহা হোআত জাহাজ ভাগিব লগিয়া হল। এই হেতুকে সেই জাহাজি লোকবোৰৰ ভই লাগি, সিইঁতে প্ৰতি জনে আপোন আপোন দেৱতাৰ নাম লবলৈ ধৰিলে; আৰু জাহাজ লঘু কৰিবৰ নিমিত্তে জাহাজৰ বস্তু পানিত পেলাই দিলে। কিন্তু য়োনা জাহাজৰ তললৈ নামি সেই সময়ত টোপনিয়াই সুই আচিল। তাতে জাহাজৰ অধিকাৰে তেঁওৰ ওচৰলৈ আহি কলে, হে টোপনিওআ জন, কি কৰিচা? উঠা, আপোনাৰ ইস্বৰক প্ৰাৰ্থনা কৰা; কি জানি সেই ইস্বৰে আমাক সুঁঅৰিলে আমি বিনষ্ট ন হম। পাচে সিইঁতে ইটে সিটে কলে, আহা, কাৰ অপৰাধে আমালৈ এনে আপদ ঘটিচে, ইয়াকে জানিবলৈ গুটি বুজুআ বুজি কৰোঁহক; তাতে গুটি বুজাই পৰিখ্যা কৰাত য়োনাৰ নামত গুটি পৰিল। পাচে সিইঁতে তেঁওত কলে, বিনই কৰোঁ, কাৰ অপৰাধে আমালৈ এই আপদ ঘটিচে? তোমাৰ কি ব্ৰিত্তি? কৰ পৰা আহিচা? তুমি কোন দেসি? কোন জাতি? ইয়াকে আমাত কোআ। পাচে তেঁও সিইঁতক কলে, মই ইব্ৰি মানুহ; জি জন সমুদ্ৰ আৰু সুকান ভূমিৰ স্রিষ্টি কৰ্ত্তা, সেই স্বৰগত থকা ইস্বৰ য়িহোৱাক মই ভই কৰোঁ। তেতিয়া জাহাজি লোকৰ বৰ ভই হল, কিয়নো তেঁও পৰম ইস্বৰৰ আগৰ পৰা পলাইচিল, সিইঁতে ইয়াকে তেঁওৰ মুখৰ পৰা জানি তেঁওত কলে, তুমি কিয় এনে কৰম কৰিলা?

পাচে সিইঁতে তেঁওত সুধিলে, সাগৰ নিৰ্ম্মল হবলৈ আমি তোমাক কি কৰিম? কিয়নো সাগৰৰ ধুমুহা অতিসই বাঢ়ি আচিল। পাচে তেঁও বুলিলে, মোৰ অপৰাধে এই ধুমুহা তোমোলাকলৈ হৈচে, ইয়াক মই জানিচোঁ; সেই নিমিত্তে মোক ধৰি পানিত পেলাই দিয়া, তাতে সাগৰ নিৰ্ম্মল হব। তথাপি জাহাজি লো-কে মাঁতি পাবলৈ বৰকৈ বঠা বোআতো তাক পাব নোআৰিলে, কিয়নো ঢৌ অতিসই বাঢ়িব-লৈ ধৰিলে। তাতে সিইঁতে নিৰুপাই হৈ পৰম ইস্বৰলৈ উদেস কৰি প্ৰাৰ্থনা কৰি কলে, হে য়িহোৱা, এই মানুহৰ প্ৰানৰ হেতুকে আমাক সকলোকে বিনষ্ট ন কৰিবা, আমি বিনই কৰি প্ৰাৰ্থনা কৰোঁ, আমাৰ ওপৰত নিৰ্দ্দুসি জনৰ বধৰ অপৰাধ নি দিবা, কিয়নো হে য়িহোৱা, তুমি আপোনাৰ ইচাৰ মতে কৰিচা। তেতিয়া সিইঁতে য়োনাক ধৰি পানিত পেলাই দিলে,

তাতে সাগৰৰ ঢৌ নিৰ্ম্মল হল। পাচে জাহাজৰ লোকবোৰে বৰ ভয় পাই, পৰম ঈশ্বৰলৈ বলিদান দি প্ৰতিগ্যাও কৰিলে। পাচে ঈশ্বৰে স্থুগুত কৰা এটা বৰ মাচে য়োনাক গিলিলত, তেঁও তিনি দিন তিনি ৰাতি সেই মাচৰ পেটত থাকিল।

তেতিয়া য়োনাই মাচৰ পেটৰ পৰা আপোনাৰ প্ৰভু পৰম ঈশ্বৰলৈ প্ৰাৰ্থনা কৰি কলে, হে পৰম ঈশ্বৰ, মই দুখৰ কাৰনে তোমালৈ প্যাৰ্থনা কৰিলো, তাতে তুমি মোৰ মাত সুনিলা; আৰু মই নৰকৰ মাজত থাকি মিনতি কৰিলত তুমি মোৰ নিবেদন গ্ৰাহ্য কৰিলা। কিয়নো তুমি মোক সমুদ্ৰৰ মাজৰ গম্ভিৰ জলত পেলাইচিলা, তাতে সোঁতে মোক ঢাকি ধৰিলে, আৰু তোমাৰ প্ৰচণ্ড ঢৌৰ আস্ফাল মোৰ ওপৰে দি গল; তেতিয়া মই বুলিলোঁ, তোমাৰ সমুখৰ পৰা আঁতৰোৱা হৈচোঁ, তথাপি আকও মই তোমাৰ পবিত্ৰ মন্দিৰলৈ চাম। আৰু মোৰ প্ৰান প্ৰাই নাস হোৱালৈকে সমুদ্ৰে আবৰি ধৰিলে, আৰু গম্ভিৰ জলো মোৰ চাৰিও পোনে থাকিল, আৰু সমুদ্ৰৰ বনবোৰে মোৰ মুৰত পকাই ধৰিলে। মই পৰ্ব্বতৰ তললৈকে নামিলো, আৰু প্ৰিথিৱিএ আপোনাৰ নজ্জলাৰে মোক সদাই বন্ধন কৰিলে; তথাপি হে মোৰ প্ৰভু পৰম ঈশ্বৰ, তুমি বিনাসৰ পৰা মোৰ আত্মাক উধাৰ কৰিলা। হে পৰম ঈশ্বৰ, মোৰ প্ৰান মূৰ্চ্চিত হোৱাৰ সময়ত মই তোমাক স্মৰন কৰিলোঁ, আৰু মোৰ সেই প্ৰাৰ্থনা তোমাৰ পবিত্ৰ মন্দিৰে দি আপোনাৰ আগলৈ আহিল। জিবিলাকে মিচা আৰু অসাৰ বস্তুকে মানে, সিবিলাকে আপোনাৰ কুসলক পৰিত্যাগ কৰে। কিন্তু মই ধন্যবাদেৰে তোমাৰ আগত বলিদান কৰিম; আৰু জি প্ৰতিগ্যা কৰিলো, তাকে মই পালন কৰিম; পৰম ঈশ্বৰৰ পৰাহে পৰিত্ৰান হই।

তেতিয়া ঈশ্বৰে সেই মাচক আগ্যা কৰিলত, সি সুকান মাটিৰ ওপৰত য়োনাক উকলিয়াই দিলে।

পাচে দুতিয় বেলি পৰম ঈশ্বৰৰ এই বাক্য য়োনালৈ আহিল; তুমি উঠি নিনিৱি বৰ নগৰলৈ গৈ, জি কথা তোমাত কওঁ, তাকে তাৰ মাজত ঘোষনা কৰা; তাতে য়োনা উঠি, পৰম ঈশ্বৰৰ আগ্যাৰ মতে নিনিৱিলৈ গমন কৰিলে। সেই নিনিৱি নগৰ অতি ডাঙৰ, দিঘলে তিনি দিনৰ বাট আছিল; পাচে য়োনাই সেই নগৰত এদিনৰ বাট সোমাই গৈ বিজিয়াই প্ৰচাৰ কৰিব ধৰিলে, বোলে, আৰু দুকুৰি দিনৰ মূৰত এই নিনিৱি নগৰ বিনষ্ট হব।

তেতিয়া নিনিৱিৰ লোকবিলাকে ঈশ্বৰত বিস্বাস কৰি লঘোন কৰাৰ কথা প্ৰচাৰ কৰিলে, আৰু সৰু বৰ, আটাই লোকে গাত মৰাপাটৰ চট পিন্ধিলে; কিয়নো নিনিৱিৰ ৰজালৈ এই বাত্ৰা আহিলত, তেঁও আপুনি সিংহাসনৰ পৰা নামি, ৰাজ বস্ত্ৰ এৰি, মৰা পাটৰ চট পিন্ধি চাইত বহিল। আৰু ৰজা আৰু তেঁওৰ মন্ত্ৰিবিলাকৰ নামে নিনিৱিৰ সকলো ঠাইতে এই আগ্যা প্ৰকাস কৰালে, বোলে, মানুহ, গৰু, মেৰ আদি পহু কোনোএ একো ভোজন পান ন কৰোক, আৰু নে চাকোক। আৰু মানুহ পহু সকলোএ মৰা পাটৰ চট গাত পিন্ধি, সকলো সক্তিএৰে ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰোক; আৰু গাই পতি আপোন আপোন কুপথ, আৰু হাতত থকা অধৰম কৰমৰ পৰা পালটোক। ইয়াতে কি জানি ঈশ্বৰে কিপা কৰি আপোনাৰ জলি থকা ক্ৰোধৰ পৰা থমকি সন্তু হই, তেহে আমি বিনাস ন হম।

এই নিমিত্তে সিবিলাকে আপোন আপোন সকলো কুকৰম তিয়াগ কৰিলে; ঈশ্বৰে সিবিলাকৰ এনে বেৱহাৰ দেখি, সিহঁতলৈ জি কৰিবলৈ মন কৰিচিল তাক ন কৰি সান্ত হল।

কিন্তু এই কৰমতে য়োনাৰ অতি অসন্তোস হোৱাত তেঁওৰ খঙ উঠিল, আৰু পৰম ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰি কলে, হে পৰম ঈশ্বৰ, নিবেদন কৰোঁ; মই আপোন দেসত থাকোঁতে জানো এই কথা কোৱা নাই? মই আগেয়েই এই নিমিত্তে তাৰ্চিচলৈ পলালো, কিয়নো তুমি অনুগ্ৰহ কৰোঁতা, আৰু দয়ালু, আৰু ক্ৰোধলৈ ধিৰ, আৰু অনুগ্ৰহত প্ৰতাপি, আৰু মও

গিৰলোকো ইচা ন কৰোঁতা ঈশ্বৰ, তাক মই জানিছিলোঁ। এই নিমিত্তে হে পৰম ঈশ্বৰ, মই প্ৰাৰ্থনা কৰোঁ, এতিয়া মোৰ প্ৰান নিয়োক, কিয়নো জিয়াই থকাতকৈ মোৰ মৰনেই ভাল।

তেতিয়া পৰম ঈশ্বৰে বুলিলে, তুমি খঙ্গ কৰি ভাল কৰিচা নে! তেতিয়া য়োনাই নগৰৰ পুব কালে বাহিৰে গৈ, পুবে বহি আছিল। আৰু তাতে আপোনাৰ নিমিত্তে এটা পজা সাজি, নগৰৰ কি দসা ঘটিব, তাকে দেখিবলৈ তাৰ চাঁতে বহি আছিল। তাতে প্ৰভু পৰম ঈশ্বৰে য়োনাক দুখৰ পৰা ৰাখিবৰ নিমিত্তে তেঁওৰ মুৰৰ ওপৰত জেন চাঁ পৰে, এই কাৰনে এজোপা কোমোৰা গচ তেঁওৰ ওপৰত গজালে, তাতে য়োনাই সেই গচতে বৰ আনন্দিত হল। কিন্তু পাচ দিনা বেলি ওলোআৰ সময়ত ঈশ্বৰে এটা পোক জুগুত কৰি সেই গচ কুটালত, সি সমদাই সুকাই গল; তেতিয়া ইশ্বৰে বেলি ওলোআৰ সময়ত পুবৰ প্ৰচণ্ড বতাহ জুগুত কৰিলে, তাতে য়োনাৰ মুৰত অতিসই ৰদ লাগিলত তেঁও ক্লান্ত হৈ আপোনালৈ ম্ৰিত্যু বাঞ্চা কৰি কলে, জিয়াই থকাতকৈ মোৰ মৰনেই ভাল। পাচে ইশ্বৰে য়োনাত কলে, তুমি গচৰ নিমিত্তে খঙ্গ কৰি জানো ভাল কৰিচা? তাতে তেঁও বুলিলে, মৰনলৈকে মই খঙ্গ কৰা ভাল। তেতিয়া ইশ্বৰে বুলিলে, জি লতা একে ৰাতি গজি, একে ৰাতিয়েই নষ্ট হল; আৰু তাৰ নিমিত্তে তুমি একো স্ৰম ন কৰিলা, আৰু তাক বৰ্ঢ়োআও নাই, তাকে যদি তুমি মৰম কৰা, তেন্তে আপোনাবিলাকৰ সোঁ আৰু বাঁও হাতৰ ভেদ কৰিব নোআৰা এনে জিএক লাখ কুৰি হেজাৰতকৈও অধিক লৰা চোআলি, আৰু পহুৰে ভৰপুৰ হোআ নিনিবি মহা নগৰ, তালৈ মই জানো দায়া ন কৰিম?



## য়োচেফ নতু খেমাকৰ্ত্তা ভায়েক।

**Joseph, or the Forgiving Brother.—Lesson XVIII.**

ভায়েকবিলাকে সেই দিন য়োচেফে সৈতে আনন্দেৰে নিয়ালে, আৰু ঘৰলৈকো ন গৈ পাচ দিনা জাবলৈ থিৰ কৰিলে।

সিবিলাকে সুদা জোলোঙ্গা লৈ সহ কিনিবলৈ আহিছিল, তাক তোমোলাকে জানা। য়োচেফে তেঁওৰ বন্দিক মাতি গুপুতে কলে, সেই এঘাৰে জন মানুহৰ জোলোঙ্গাত জিমান সহ ধৰে সিমান ভৰাই দেগৈ, আৰু সিবিলাকৰ ধনো জোলোঙ্গাৰ মুখতে সুমাই দিবি। বিনেসকৈ সৰুটৰ জোলোঙ্গাত ধনে সৈতে মোৰ ৰূপৰ বাটি সুমাই দিবি।

সেই বন্দিএ সিবিলাকৰ জোলোঙ্গা সহেৰে পুৰ কৰি মুখত সিইতৰ ধনো দিলে। আৰু ৰূপৰ বাটিটো বেনিয়ামিনৰ জোলোঙ্গাত সুমাই দি, মুখ বান্ধি জোলোঙ্গাবোৰ উলিয়াই দিলেহি। সেই বন্দিএ সিবিলাকৰ জোলোঙ্গাত ৰূপকে বা বাটিকে সুমাই দিছিল বুলি সিবিলাকে নে জানিলে।

পাচ দিনা ৰাতি পুআই সিবিলাক উঠি গাধ আৰু জোলোঙ্গাবোৰকো লৈ বাপেকৰ ভলৈ জাবলৈ ওলাল। সিবিলাকৰ এজনকো এবি নো জোআকৈ নিৰ্বিঘিনি ৰূপে জাবলৈ পাই, কেনে আনন্দ হৈছিল!

সিবিলাকে কেনে সুন্দৰ বাত্ৰা পিত্ৰিৰ আগত কমগৈ বুলি ভাবিছিলে! সিবিলাকলৈ সেই বৰ অধিকাৰৰ দায়াৰ কথা সুনি, আৰু বেনিয়ামিনক আকও উভতি অহা দেখিও, তেঁও কেনে আনন্দ আৰু বিস্মই মানিব!

কিন্তু সিঘ্ৰে সিবিলাকৰ সকলোৰে আনন্দ গুচি দুখহে হল। সিবিলাক নগৰৰ পৰা অলপ দুৰৈ হৈওতেই কাৰোবাৰ মাত সুনিলে; য়োচেফৰ বন্দিএ খেদি আহি কলে, তোমোলাকে উপকাৰৰ সলনি কিয় অপকাৰ কৰিলা? মোৰ ডাঙৰিয়াই জিহতে খাই, আৰু জিহেৰে লেখ বুজ কৰে, সেই ৰূপৰ বাটিটো কিয় চুৰ কৰি আনিলা? ভায়েকবিলাকে ৰূপৰ বাটি চুৰ কৰি অনাৰ কথা সুনি বিস্মই মানিলে।

সিবিলাকে উত্তৰ কৰিলে, আমাৰ তাঙৰিয়াই আমাক কিয় এনে কথা বোলে? তোমাৰ দাসবিলাকে এনে কৰম কেতিয়াও নকৰিমহঁক। দেখা, গাই পতি টোপোলাৰ মুখত আগেএ যি ৰূপ পাইছিলোঁহঁক, তাকো আনি আমি তোমোলাকক দিয়া নাই নে? আৰু এতিয়া আকও কি, আপোনাৰ অধিকাৰৰ ঘৰৰ পৰা সোন বা ৰূপ চুৰ কৰি আনিমহঁক নে? আমাৰ কোনোএ তাক অনা নাই। তোমাৰ দাসবিলাকৰ মাজত যাৰ হাতত তাক পোৱা যাই, সি মৰোক, আৰু আমিও তাঙৰিয়াৰ বন্দি হম।

সিবিলাকৰ কোনোএ তাক নলা জেন তবাৰ নিমিত্তে এই কথা কলে।

তেতিয়া সেই বন্দিএ কলে, ন হই, এনে ন হব; যাৰ হাতত বাটি পোৱা যাই তাক বধ কৰা ন হৈ, অকল তাঙৰিয়াৰ বন্দি হব লাগিব, আৰু আনবিলাক নিৰ্দুসি হৈ ঘৰলৈ যাব।

তাৰ পাচে বন্দিএ সিবিলাকৰ জোলোঙা মেলিবলৈ কোআত গাই পতি মেলিবলৈ ধৰিলে। এই ৰূপে সি বৰটৰে পৰা সৰুটলৈকে জোলোঙা মেলি চাই, সেলত বেনিয়ামিনৰ জোলোঙাত বাটি পালে। তাতে সিবিলাক আটায়ে সেই বাটি তাৰ জোলোঙাত পাৱৰ দেখি বৰ বিস্মই মানিলে।

বেনিয়ামিনে সেই ৰূপৰ বাটি চুৰ কৰা নাই, অকল য়োচেফৰ বন্দিএ সিবিলাকৰ জোলোঙাত সহ তবাই দিওতে বাটিকো দিছিলে, ইয়াক তোমোলাকে জানা।

সেই বন্দিএ বেনিয়ামিনত কলে, বোলে, তুমি মোৰ সগতে মোৰ অধিকাৰৰ ওচৰলৈ উভতি আহা। সি তেঁওক ঘৰলৈ যাব নোৱাৰাকৈ বন্দি হবৰ নিমিত্তে লৈ গৈছিল, ভায়েকবিলাকক হলে ঘৰলৈ যাব দিছিলে।

সিবিলাকে বেনিয়ামিনক এৰি যাব নে? সিবিলাকে বুলিলে, ন হই, আমিও আমাৰ ভাই বেনিয়ামিনৰ সগতে আকও উভতি যাওঁহঁক।

সিবিলাকে বেনিয়ামিনক প্ৰেম কৰি দুখতে অকলে এৰি যাবলৈ ইচ্ছা ন কৰিছিল, তাকে তোমোলাকে দেখিছা।

সিবিলাকে আপোন আপোন গাধত ভৰা দি বন্দিৰ পাচে পাচে য়োচেফৰ ঘৰলৈকে আহিল। সিবিলাকৰ মন সোকেৰে বিদৰি গল, আৰু তাঁওতেও বাটত কান্দি গৈছিল।

সিবিলাকৰ কাৰন য়োচেফে ঘৰত বৈ আছিল।

বেনিয়ামিনক কি জানি বন্দিকৈ ৰাখিব, এই ভয়েৰে ভায়েকবিলাকক ৰবকৈ কান্দি কান্দি আকও তেঁওলৈ উভতি অহা দেখি য়োচেফে বৰ আনন্দ পাইছিলে। তাতে ভায়েকবিলাকে বেনিয়ামিনক অধিক প্ৰিতি কৰিছে, ইয়াকে য়োচেফে এতিয়া প্ৰমান পালে।

সিবিলাকে য়োচেফক দেখিলতেই মাটিত পৰি প্ৰনাম কৰিলে।

তেতিয়া য়োচেফে অতি খঙাল তাও দেখাই সিবিলাকত কলে, তইঁতে কিয় এনে কৰম কৰিলি? য়িহুদাই বেনিয়ামিনক নিৰাপদে আনিম বুলি পিত্ৰিক অঙ্গিকাৰ কৰিছিলে, তাক তোমোলাকে সুঁৱৰিছা নে? এই হেতুকে য়িহুদাই তেঁওক খেমা কৰিবলৈ য়োচেফক নিবেদন কৰিলে।

য়িহুদাই বেনিয়ামিনে বাটি নিয়া নাই বুলি কলেও কত মানিব, ইয়াকে জানি অকল য়োচেফে তেঁওক জিহত ক্ৰিপা কৰিব, এনে নিবেদনহে কৰিলে।

আৰু য়িহুদাই কলে, আমি আপোনাক কি উত্তৰ দিম? ইশ্বৰে তোমাৰ দাসবিলাকৰ অধৰম প্ৰকাস কৰিলে; দেখোক, আমি আৰু যাৰ হাতত বাটি পালে, সেই আটাইবিলাক তোমাৰ দাস হলোঁ।

তাতে য়োচেফে কলে, ন হই, আটাইবিলাক বন্দি হব নে লাগে, যাৰ হাতত বাটি পোৱা হৈছে, অকল সেয়েহে মোৰ বন্দি হব, কিন্তু তোমোলাকে কুসলে পিতাৰৰ ভলৈ জোআ।

ভায়েকবিলাকে বেনিয়ামিনক বন্দি হবৰ নিমিত্তে এৰি যাই নে নে যাই, ইয়াকে য়োচেফে চাব খুজিছিল।

তেতিয়া য়িহুদাই য়োচেফৰ ওচৰলৈ গৈ বৰ

খেদ মনেৰে বেনিয়ামিনক খেমা কৰিবলৈ নিবেদন কৰিলে।

আৰু কলে, হে দেৱতা, আপোনালৈ কাৰো বন্ধাৰ নিচিনাকৈ ভই কৰোঁ; কিন্তু আপোনাৰ জদি খঙ্ নুঠে, তেন্তে মই বন্দিএ কিছু নিবেদন কৰিব খোজোঁ। আমি প্ৰথমে সহ কিনিবলৈ আহোঁতে, আপুনি আমাক তোমোলাকৰ বাপেৰ নাইবা ভায়েৰ আছে নে, ইয়াকে দেৱতাই সুধিছিলে; তাতে আমি আপোনাত কলোঁ, আমাৰ পিত্ৰি আছে, তেঁও বুৰা, আৰু তেঁওৰ বুৰা কালৰ এটি সৰু পুত্ৰ আছে, তাৰ ভায়েক মৰিল, সিহে অকল তাৰ মাকৰ পুতেক আছে, এই নিমিত্তে বাপেকে তাক চেনেহ কৰে। পাছে তাক আনি, আমি আপোনাক দেখুআৰ লাগে বুলি আপুনি আমাক কৈছিলে। তেতিয়া আপোনাক কৈছিলোঁ, সি বাপেকক এৰিব নোআৰে, কিয়নো সি তেঁওক এৰি আহিলেই তেঁও মৰিব। তাতে আপুনি আমাত কৈছিলে, বোলে, তোমোলাকৰ লগত সৰু ভায়েৰ নাহিলে তোমোলাকে মোৰ মুখ আৰু দেখিবলৈ নে পাবা। পাছে তোমাৰ এই দাসবিলাক পিত্ৰিৰ ওচৰলৈ গৈ তেঁওক আপোনাৰ এই আটাই কথা কলত পিত্ৰিএ আমাক কলে, তোমোলাকে পুনৰাই গৈ আমাৰ নিমিত্তে কিছু সহ কিনি আনাগৈ। তাতে আমি কলোঁ, জাব নোআৰোঁ; জদি সৰু ভাইক আমাৰ লগত পঠিওআ, তেন্তে আমি জাম; কিয়নো সৰু ভাই লগত ন গলে আমি সেই অধিকাৰৰ মুখ দেখিবলৈকো নে পাম। তাতে আমাৰ পিত্ৰিএ কলে, মোৰ সেই ভাৰ্জাৰ পৰা দুটি লৰা মাথোন হৈছিল তাক তোমোলাকে জানা; সিইতৰ এটি গলত মই কলোঁ, সি ভালুক বা সিংহ জন্তুৰ দোআৰাই তোখৰ তোখৰ হল, তেতিয়াৰে পৰা মই তাক আৰু দেখিবলৈ নে পালোঁ। এতিয়া মোৰ ওচৰৰ পৰা ইয়াক লৈ গলে, ইয়ালৈকো জদি কিবা আপদ ঘটে, তেনে হলে তোমোলাকে মোৰ এই পকা চুলিবোৰ সোকতে পৰলোকলৈ পঠাবা।

তেতিয়া মই এই লৰাক কুসলে আনিম বুলি পিত্ৰিৰ আগত অঙ্গিকাৰ কৰিছিলোঁ। এতিয়া সি ন হলে মই ঘৰলৈ জাব নোআৰোঁ। মই জদি তাক নি নিয়াকৈ জাও, তেন্তে আমাৰ পিত্ৰিক ম্ৰিত্যু হোআ দেখিমগৈ। এই হেতুকে মই নিবেদন কৰোঁ; এই ডেকাৰ সলনি মোক আপোনাৰ দাস কৰি ৰাখোক, কিন্তু এই ডেকাক ভাইবিলাকে সৈতে বিদাই দিওক। কিয়নো মোৰ পিত্ৰি দুখতে ম্ৰিত্যু হোআ মই সহিব নোআৰোঁ।

এই ৰূপে কোআড য়িহুদাৰ দায়া প্ৰকাস ন হই নে! তেঁও জে স্বৰূপকৈ তেঁওৰ ভায়েক বেনিয়ামিনক আৰু বুৰা পিত্ৰিক প্ৰেম কৰিছিলে ইয়াকে এতিয়া য়োচেফে দেখিলে।

তেঁও কোন, ইয়াকে য়োচেফে এতিয়া তেঁওৰ ভায়েকবিলাকক চিনাকি দিব, আৰু সিবিলাকৰ অপৰাধো খেমা কৰিব।

য়োচেফে কান্দিব লগিয়া হলতো তেঁও আগৰ দৰে সেই খোটালিৰ পৰা আন ঠাইলৈ ন গল; কিন্তু তেঁও আটাই বন্দিবিলাকক খোটালিৰ পৰা বাজ হবলৈ কৈ, ভায়েকবিলাকে সৈতে তাতে অকলে থাকিল। পাছে তাত আৰু আন কোনো ন থকাত য়োচেফে ভায়েকবিলাকৰ আগত চিনাকি দিবলৈ ধৰিলে তাতে বাহিৰত থকা বন্দিবোৰেও তাক সুনা লৈকে তেঁও ইমান বৰকৈ ক্ৰন্দন কৰিলে।

সেসত য়োচেফে আপোন ভায়েকবিলাকত কলে, মই য়োচেফ; মোৰ পিত্ৰি আজিলৈকে জিয়াই আছে নে?

কিন্তু তেঁওৰ ভায়েকবিলাকে এই কথাত সন্তোষ পাইছিল নে! ন হই, সিবিলাকে ভইৰ কাৰনে তেঁওক উত্তৰ কৰিব নোআৰিলে, আৰু ওচৰলৈ আহিবলৈকো সাহ নে পালে।

য়োচেফে সিবিলাকক ভই দেখুআবলৈ ইচা কৰা নাই; কিন্তু তেঁও সিবিলাকৰ ডিঙিত ধৰি চুমা দিবলৈহে ইচা কৰিছিলে।

সিবিলাকে তেঁওক বেচাৰ কাৰনে য়োচেফে সিবিলাকৰ মন নিৰানন্দ হোআ দেখি সান্তনা কৰিবলৈ আৰম্ভ কৰিলে।

য়োচেফে কলে, তোমোলাকে মোক এই ঠাইত বেচাৰ কাৰনে সোক আৰু বেজাৰ ন কৰিবা, কিয়নো প্ৰান ৰাখিবৰ নিমিত্তে ঈশ্বৰেহে তোমোলাকতকৈ আগেয়ে মোক পঁাচিলে।

এই হেতুকে তোমোলাকে সিঘ্ৰে গৈ পিত্ৰিত এই ৰূপে থোআগৈ, তোমাৰ পুত্ৰ য়োচেফে এনেকৈ কৈ পঠাইচে, বোলে, ঈশ্বৰে মোক আটাই মিচৰ দেসৰ ওপৰত অধিকাৰ পাতিচে: তুমি মোৰ ওচৰলৈ বেগাই আঁহা, পলম ন কৰিবা। দেখা, এই কথা মই আপোনাৰ মুখে কলোঁ, তাকে তোমোলাকে আৰু বেনিয়ামিন ভায়ে আপোন চকুৰে দেখিলা। এই হেতুকে তোমোলাকে এই মিচৰ দেসত মোৰ ঐশ্বৰ্য্য, আৰু জি জি দেখিলা, সেই সকলোকে মোৰ পিত্ৰিক কৈ সিঘ্ৰে তেঁওক এই ঠাইলৈ আনিবা। পাচে য়োচেফে আপোন ভাই বেনিয়ামিনৰ ডিঙ্গিত ধৰি কান্দিলে, আৰু বেনিয়ামিনেও তেঁওৰ ডিঙ্গিত ধৰি কান্দিলে। আৰু য়োচেফে আন ভায়েকবিলাককো চুমা দি সিবিলাকে সৈতে কান্দিলে; তেতিয়াহে তেঁওৰ ভায়েক-বিলাকে তেঁৱে সৈতে আলাপ কৰিবলৈ ধৰিলে।

য়োচেফে সিবিলাকক নিচইকৈ খেমিচে আৰু সকলো মনেৰে প্ৰেমো কৰিচে বুলি জানিলে। সিবিলাকে এনে মৰম পাম বুলি আসা কৰা নাই, সেই হেতুকে সিবিলাকৰ দুষ্ট কৰমৰ নিমিত্তে অধিক অসন্তোস কৰিলে।

তোমোলাকে দেখিচা, য়োচেফে সিবিলাকৰ দুষ্ট স্বভাও নেৰা মানে, আৰু সম্পুৰ্ন ৰূপে খেদ হোআ নে পালে মানলৈকে সিবিলাকৰ মনত আনন্দ ন কৰালে।

আমাৰ পাপৰ কাৰনে আমি স্বৰূপকৈ খেদ পালে, জি জন প্ৰভুএ আমাক খেমা কৰে, সেই প্ৰভু য়িচু খ্ৰিষ্টৰ নিচিনা য়োচেফে কেনে খেমাৱন্ত হৈছিল! জি জনিএ তেঁওৰ চৰন চকুৰ লোএৰে ধুলে, আৰু মুৰৰ চুলিৰে মচি-লে সেই দুখিয়া তিৰোতাক তেঁও কেনে ৰূপে খেমা কৰিলে, তাক তুমি লৌজৰাচোন। তাই পাপৰ নিমিত্তে খেদ পোআত খ্ৰিষ্টে তাইক খেমা কৰিলে। মোৰ প্ৰিয় লৰাচইত, তো-মোলাকেও জদি পাপৰ কাৰনে খেদ পোআ, তেন্তে খ্ৰিষ্টে তোমোলাককো খেমা কৰিব।

ক.

---

## বৰষুনৰ আখ্যান।

Cause of Rain.

কিছু বচৰৰ আগেয়ে কলিকতা নগৰত এজন চাহাবে ইস্কুলত চাত্ৰবোৰক পৰ্হাওঁতে, কি-তাপৰ ভিতৰৰ কোনো এক পাঠত বৰষুন দিয়াৰ বিসয়ে কথা পালে। তাতে চাহাবে এটা চাত্ৰক সুধিলে, বৰষুন নো কি?

তাতে চাত্ৰে কলে, জি পানি মেঘৰ পৰা পৰে, তাকে বৰষুন বোলে।

প্ৰশ্ন। জি পানি মেঘৰ পৰা পৰে, সেই পানি মেঘে কৰে নে?

উ৲। ন হই চাহাব, মেঘে পানি কৰিব নোআৰে।

প্ৰ৲। তেন্তে এই পানি কি ৰূপে হল?

উ৲। চাহাব, তুমি নো নে জানা নে, আ-মাত জে সুধিচা?

প্ৰ৲। হই, মই জানিচোঁ; কিন্তু তুমি জানা নে নে জানা, ইয়াকে বুজিবৰ নিমিত্তে-হে সুধিচোঁ।

উ৲। পাচে সেই লৰাই কিছু অহঙ্কাৰ কৰি বুলিলে, বাৰু, তেন্তে বৰষুনৰ জি কাৰন তাক মই চাহাবত কওঁ। ইন্দ্ৰৰ বাহন ঐৰা-ৱত হাঁতিএ সুঁৰ মেলি সাগৰ বা সৰোবৰৰ পানি আকাস মণ্ডললৈ তোলে, তাতে বায়ুৰ কোবত সিচৰি হৈ সেই পানি সকলো জগতত পৰে, আৰু মানুহে জি মেঘৰ গৰ্জন আৰু চেৰেকনি সুনে, সেয়ে সেই মহা বায়ুৰ গতিৰ সবদ মেঘৰ গৰ্জনৰ দৰে গৰ্জে।

প্ৰ৲। হই নে! মই আগেয়ে বৰষুনৰ এনে কাৰন সুনা নাই; কিন্তু হে লৰা, তুমি ইয়াৰ কি প্ৰমান দিব পাৰা?

উ৲। আগেয়ে গুৰুৰ ঘৰত সিখা পৰ্হা সিকোঁতে গুৰুএ আমাক বৰষুনৰ বিসয়ে এই ৰূপে সিকাইছিল।

প্ৰ৲। বৰষুনৰ পানি এই দৰে হই বুলি

তোমাৰ গুৰুএ কেনেকৈ জানিলে? ইন্দ্ৰৰ হাঁতি তোমাৰ গুৰুএ কেতিয়াবা দেখিছিলে নে?

উ৽। ন হই চাহাব, ইন্দ্ৰৰ হাঁতি কোনেও দেখিব নোআৰে, কিয়নো মেঘে ঢাকি থই, আৰু এক মতান্তৰ এই মনুস্যৰ চকুৰে এক যোজন, অৰ্থাত এপৰৰ দুৰহে দেখিব পাৰে; কিন্তু হাঁতিএ এক লখ্য যোজনৰ ওপৰত পানি তোলে, তাতে মানুহে দেখোক চাবি দেৱতাবো চকুৰ অগোচৰ।

প্ৰ৽। জদি সেই ঐৰাৱতক দেখিব নোআৰা, তেন্তে পানি তোলা ঐৰাৱত আছে বুলি কেনেকৈ জানিলা?

উ৽। আমাৰ সাস্ত্ৰত এই কথা লিখা আছে দেখি এয়ে স্বৰুপ, ইয়াকে গুৰুএও জানি আমাকো সিকাইছিল।

প্ৰ৽। ই৽ৰাজি দেসত আমাৰ গুৰুএ বৰখুনৰ কাৰন আমাক বেলেগ ৰূপে সিকাইছিল, আৰু তাক তোমোলাকে সুনিবলৈ ইচা কৰা নে?

উ৽। তাতে সকলো চাত্তৰবোৰে একে মাতেৰে কলে, হই হই চাহাব, আমিও সুনিব খোজোঁ।

প্ৰ৽। পাচে চাহাবে বুলিলে, তেন্তে সুনা; তাত বাস্বোঁতে চৰুৰ পৰা তোমোলাকে কিবা উঠি থকা দেখা নে?

উ৽। হই চাহাব, ধুঁআ ওলাবৰ দেখোঁহক।

প্ৰ৽। তপত ভাতৰ ওপৰত ঢাকনি দিলে, পাচে সেই ঢাকনি সুকানে থাকে নে?

উ৽। ন হই, সেই ঢাকনিৰ তল ভাগ তিতি থকা দেখি।

প্ৰ৽। কি কাৰনে ঢাকনি তিতে, তাক তোমোলাকে কব পাৰা নে?

উ৽। আমাৰ মনেৰে সেই ভাতৰ চৰুৰ ভাপেৰেই ঢাকনি তিতে।

প্ৰ৽। জেতিয়া বৰকৈ তিতে, সেই পানি সদাই ঢাকনিত লাগি থাকে নে?

উ৽। ন হই চাহাব, টোপা টোপে তললৈ পৰে।

প্ৰ৽। জি ভাপে ঢাকনি তিয়াই, সেই ধুঁআ কৰ পৰা আহে, তাক কব পাৰা নে?

উ৽। ভাতৰ পানিৰ পৰা হই।

প্ৰ৽। পানিৰ পৰা ভাপ ওলোআৰ কাৰন কি?

এই কথাৰ উত্তৰ সিইঁতে একো দিব নোআৰিলে।

প্ৰ৽। তাতে চাহাবে সুধিলে, চেঁচা পানি এবাটিৰ পৰা ভাপ উঠে নে?

উ৽। আমাৰ মনে জানিচোঁ, উঠিব নে পাই চাহাব।

প্ৰ৽। জুইৰ ওপৰত থোআ চৰুৰ পানি, আৰু বাটিৰ পানিৰ মাজত কি ভেদ?

উ৽। বেলেগ চাহাব, চৰুৰ পানি তপত, বাটিৰ পানি চেঁচা।

প্ৰ৽। বাৰু, জদি পানি তপত হোআৰ কাৰন জুই, তেন্তে সেই জুই ভাপৰ কাৰনো ন হই নে?

উ৽। তেতিয়া সকলো চাত্তৰে মাত লগাই কলে, হই হই, এতিয়াহে আমি বুজিচোঁ, ভাপৰ কাৰন জুইহে।

প্ৰ৽। বাতিত বৰকৈ বৰখুন আনিলে, সুৰ্জ ওলালে মাটিৰ ওপৰৰ পৰা কিবা উঠা দেখা নে?

উ৽। হই, সৰহকৈ কুঁঅলি উঠা দেখি।

প্ৰ৽। বাৰু, জি দৰে চৰুৰ তপত পানিৰ পৰা ধুঁআৰ নিচিনা ভাপ উঠি, পাচে ঢাকনিত লাগি নে থাকি টোপা টোপকৈ পৰে, সেই দৰে তিতা মাটিৰ পৰাও বেলিৰ তাপত পানি কুঁঅলি হৈ উঠি চেঁচা বায়ুত লাগি মেঘ হৈ জাই, পাচে সেই ভাপ গধুৰ হলত পানি টোপা টোপে তললৈ পৰে। ই৽ৰাজি দেসৰ গুৰুএ আমাক বৰখুনৰ এই কাৰন সিকালে। হ৽





## জন্তুবোৰক আমি জি ৰূপ বেৱহাৰ কৰিব লাগে তাৰ কথা।

Kind treatment of Animals.

এই জগতত বেঙ্গ, পোক, পৰুআ পিপৰা, মাখি আদি সৰু অহিংসক জন্তু অনেক আচে। কোনো কোনো লোকে এনে সৰু জন্তুবিলাকক দেখিলে, তেতিয়া জাতনা দিএ নাইবা মাৰে। আমি এনে জন্তুক ধৰি নিষ্ঠুৰ বেৱহাৰ কৰিবলৈ অনুচিত, কিয়নো জি কোনো জন্তু হওক, তাক অকাৰনে দুখ দিয়া বৰ মন্দ স্বভাও। সৰু জন্তুক নিষ্ঠুৰ বেৱহাৰ কৰাটোএ ক্রমে ক্রমে আমাৰ চুবুৰিয়ালৈকো আমাক নিষ্ঠুৰ বেৱহাৰ কৰিবলৈ নিয়াই; তাতে লাহে লাহে আমাক বৰ মন্দ কৰম কৰাবলৈ প্রবর্ত্তাই। জেতিয়া এনে সৰু জন্তুবোৰক দুখ দিবলৈ বা মাৰিবলৈ আমাৰ মন জাই, তেতিয়া আমি এনে বিবেচনা কৰিব লাগে; জেনেকৈ আমি এই সৰু জন্তুক দুখ দিবলৈ বা মাৰিবলৈ খুজিচোঁ, তেনেকৈ জদি আমাতকৈও কোনো এজন ডাঙ্গৰে আহি, আমাকো দুখ দিএ নাইবা বধ কৰে, তাতে কেনেকৈ আমি ভাল পাম।

গৰু, ঘোঁৰা, কুকুৰ আদি জি কোনো জন্তু হওক, জদি আমাৰ উচিত বেৱহাৰলৈ নাইবা আনন্দৰ কাৰনে পোহোঁ, তেন্তে আমি সিইতৰ প্রতি ভাল বেৱহাৰ কৰিবলৈ উচিত। খাবলৈ, আৰু থাকিবলৈ উচিত উপাই দিব লাগে, আৰু সিইতৰ সক্তিতকৈ কাম বৰ্হাকৈ কৰাব নে লাগে।

ঘোঁৰা বা গৰু আদি পহু অতি খৰকৈ খোজ কৰ্হাবৰ কাৰনে জদি আমি সিইতক কোবাঁও তেন্তে ই বৰ বিসম কথা। কিয়নো সেই জন্তু কি জানি নিৰ্বলি হোআত খৰকৈ খোজ কাৰ্হিব নোআৰে; কোনো প্রয়োজনত লাগিলে জন্তুক মৰা এয়ে অনুমতিৰ জোগ্য; কিন্তু জন্তুক মাৰোঁতে তাক অকাৰনে দুখ দি থকা অনুচিত; সকলোএ আপোনাৰ জন্তুত মৰমিয়াল হব লাগে।

হিতোপদেসৰ ১২ আধ্যাৰ ১০ পদত এই ৰূপে লিখা আচে; ধৰমি লোকে আপোনাৰ জন্তুৰ প্রানৰ প্রতিও চেনেহ কৰে; কিন্তু পাপি লোকৰ দায়াই নিষ্ঠুৰ। ৱ. ন.

## বঙ্গাল দেসৰ বৰিচাল জিলাৰ একাল।

Famine at Barisal.

বঙ্গাল দেসৰ বৰিচাল জিলাৰ পৰা এতিয়া বৰ দুৰ্ভিখ্য হোআৰ বাত্রা আহিচে বোলে, হিন্দু, মচলমান, আৰু জি পোন্তেৰে স খ্রিষ্টিয়ান লোক তাত আচে, এই সকলো লোকৰ নিমিত্তে শ্রীজুত পাদুৰি পেইজ চাহাবে পত্র লিখি উপকাৰ খুজি জনাইচে। জোআ বচৰ সেই জিলাৰ উতৰ আৰু পচিম ভাগৰ মানুহৰ খেতি পানিএ মাৰিলে, এই নিমিত্তে অনেক দিনৰ পৰা দুখত আচিল; কিন্তু আগষ্ট মাহত কিচু সহ কৰিব পাৰোঁ বুলি হেজাৰ হেজাৰ বায়ত লোকে কটিয়া সিঁচি ভালৈ বাট চাই আচিল; কিন্তু আগৰ দৰে এই বেলি বৰখুনৰ পানি হোআ নাই, বদৰ তাপ অতি টান হল, এই হেতুকে আগষ্ট মাহৰ খেতিও গুচিচে। এতিয়াই হেজাৰ হেজাৰ মানুহ খাবলৈ নে পাই ভোকতে প্রাই মৰিচে; আৰু দুই তিনি মাহৰ আগৰে পৰা অনেক অনেক মানুহে সুদা বন আৰু কোমোৰা খায়েই জিয়াই আচে। সেই জি-

নাও আৰু সমৰত হলে ৰূপ টকালৈ পাঁচ মোৰ ধান পাই, কিন্তু এতিয়া হলে কথমপি-হে ১॥ তেৰ মোন ধান পাই। আৰু তাত একো চাকৰি কৰম পাবলৈ নাই, অনেক অনেক ভাল মানুহে কাম কৰিবলৈ বৰ ইচ্ছা কৰিও একো কাম নে পাই বহি থাকি; আৰু লিইতৰ মাক বাপেক, লৰা চোৱালি খাবলৈ নে পাই তোকতে কল মলাই মৰা দেখিব লগা হল।

তাত থকা খ্রিষ্টিয়ান লোকবিলাকৰ দুখ দেখি, শ্রীযুত পাদুৰি পেইজ চাহাবে কলিকতা আদি আন আন ঠাইলৈকো পত্র লিখি এই সকলো দুখৰ কথা জনালত, সিবিলাকৰ উপকাৰৰ নিমিত্তে চান্দা কৰি ২০০০ টকা ধন তুলি পঠালে। সেই ধন পাই, শ্রীযুত পেইজ চাহাবে এই কথা লিখি বুলিচে, বোলে, তোমোলাকে জি উপকাৰ পঠাইচিলা, তাকে লোকবিলাকৰ মাজত বিলাই দিয়াৰ সময়ত জদি তোমোলাকে সাখ্যাতে থকা হলে, তেতিয়া সকলোৱে আনন্দেৰে প্রফুলিত হোৱা মুখ দেখিবলৈ পালাহেঁতেন। এই দান পাই উপকাৰ পঠোৱাবিলাকৰ উপকাৰ জানি, সকলোএ হেজাৰ হেজাৰ নমস্কাৰ জনাই পঠাইচে।

সেই দানেৰে বিধৱা, মাউৰা লৰা চোৱালি, আৰু নৰিয়াবিলাকৰ আমি প্রথমে উপকাৰ দিলোঁ; তাৰ পাচে জিবিলাক নিচয়ে দৰিদ্র সিবিলাকক, আৰু জিবিলাকক অলপ দিলেই আপোনাৰ উপকাৰ আপুনি কৰিব পাৰে, এনে লোকক উপকাৰৰ দান বিলাই দিলোঁ। এই ৰূপে দান বিলাই দিয়াৰ পাচে আমি লোক সমুহবিলাকত কলোঁ, জদি তোমোলাকে পাচি খৰাহি সাজি বেচা, তেন্তে তোমোলাকৰ উপকাৰ হৱৰ হেতুকে আমি কিনি লম; আৰু জদি এস সৰু নাও সাজিব পাৰা, তাকো আমি কিনি লম; তাতে তোমোলাকৰ আপোন আপোন উপকাৰ হব। আমি লোকবিলাকত আৰু কলোঁ, জদি সিবিলাকে আপোনাকে আপুনি উপকাৰ কৰিবলৈ পৰিশ্রম কৰি থাকে, তেন্তে আমিও সিবিলাকৰ দুখত উপকাৰ কৰিম। কিয়নো সেই নাও সিবিলাকৰ পৰা কিনি লৈ সিবিলাকক দিব। কাৰন বৰিচালত থকা লোকৰ ঘৰে ঘৰে নাও ন হলে কোনো ঠাইলৈ অহা জোৱা কৰিব নোৱৰাত কৰম ন চলে।

মই এতিয়া হিন্দু মচলমানবিলাকৰ দুখিয়াবোৰক দান বিলাই দিবৰ নিমিত্তে হাতত ৪ ৫ স টকা লৈ গাঁৱলৈ গৈচোঁ।

## লুংচাং নামে এটি নগা লৰাৰ কথা।

Death of Lungsang a Christian Naga Youth.

সিবসাগৰ জিলাত থকোঁতা ওপৰৰ নামেৰে নগা লৰাটি ১৮৫১ সঁকৰ ৭ চেপ্তম্বৰ তাৰিখত প্রভু যিচুত বিস্বাস কৰি খ্রিষ্টিয়ান ধৰম প্রমানিক পাই গ্রাহ্য কৰিলে। সেই কালৰে পৰা খ্রিষ্টৰ ধৰমত অতি উচাহি আৰু বিস্বাসি হৈ চলি আচিল। তাৰ আচাৰ ব্যেৱহাৰত কোনো দোস পোৱা ন গল, কিন্তু সকলোৱে আগত সি এটি উত্তম আৰ্হি দেখাওতা হৈচিল। সি খ্রিষ্টিয়ান হোৱাৰ পুৰ্ব্বে অতি খঙ্গাল স্বভাও আচিল, তাৰ জাতি মানুহৰ জেনে ক্রুৰ স্বভাও, তাৰো তেনে স্বভাও আচিলে; কিন্তু খ্রিষ্টত আস্রই লোৱা মাত্রকে সকলো দুষ্ট স্বভাও আৰু কৰম তিয়াগ কৰি, অতি নম্র আৰু কোমল স্বভাও ৰূপ বস্ত্র পিন্ধিলে। তাৰ প্রাৰ্থনা অতি সোআদ, আৰু বহু দিনিয়া ধৰমি লোকৰ দৰে তাৰ মুখৰ পৰা গিয়ান ৰূপ মধুৰ বচন ওলাই। জেনেকৈ তাক দায়ালু ইস্বৰে হাবিৰ মাজৰ পৰা উলিয়াই আনি অনন্ত পৰিত্রানৰ পথ দেখালে, সেই ৰূপে তাৰ জাতি লোককো জেন পৰিত্রানৰ স্বৰূপ গিয়ান দিব, ইয়ালৈ তাৰ বৰ ইচ্ছা আচিল, আৰু তাৰ কাৰনে ইস্বৰৰ আগত সি চকুৰ লোএৰে বহু প্রাৰ্থনা কৰিলে। ইয়াতে জানিচোঁ, তাৰ সেই প্রাৰ্থনা ইস্বৰে কোনো দিনত অৱস্যে সিধি কৰিব।

এই লৰাটি মাহ চাৰেকৰ আগেএ কোনো বিসেস কৰমৰ নিমিত্তে আপোনাৰ গিয়াতি বন্ধু থকা নগা চাহলৈ গৈচিল, তাতে তাৰ কৰম সিধি হব নে ন হল, তাক কব নোৱাৰোঁ;

কিন্তু অলপ কালৰ আগেএ তাৰ কোনো কোনো চিনাকি নগা আহি এই বাত্ৰা কলে, বোলে, মুংচাং জি গাঁৱত আছিল, সেই গাঁৱৰ নগাক আন চাৰৰ নগাই আহি বাতি বহু মানুহক কাটিলে, আৰু সেই কালত তাৰ জৰ হোআত পলাব নোঅৰাত তাকো কাটি তাৰ মুৰ লৈ গল, অকল গাঁবি তোখৰহে পালে । এই অসন্তোসৰ বাত্ৰা সুনি, আমি বৰ দুখ সন্তাপ পাইচোঁ । তথাপি জি ঠাইত বন বিগুহ আদি সত্ৰু আৰু ন হৰ, এনে ইস্বৰৰ ওপৰ পৰম সুখৰ থানত সোমাল, তাতে এতিয়াৰ পৰা অনন্ত কাললৈকে আপোনাৰ প্ৰিয় প্ৰভুৰ মুখ দেখি তেঁওৰ স্তুতি কৰি আনন্দে থাকিব ।



The Prize! The Prize!

“জিবিলাকে বঙ্গ সালত লৰ মাৰে, সেই আটাইবিলাকে লৰ মাৰিলেও অকল একজনেহে বঁটা পাই, ইয়াক তোমোলাকে নে জানা নে? তোমোলাকেও জেন পোআ, সেই ৰূপে লৰিবা । সিইঁতে বিনাসি কিৰিটি পাবলৈ তাকে কৰে; আমি হলে অবিনাসি কিৰিটি পাবলৈহে তাক কৰোঁ ।” ন. ল. ক.

---

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

জুলাই মাহৰ ৮ তাৰিখে শ্ৰী নিধি লিবাই ফাবোএল আৰু শ্ৰী মতি ইলাইজা নটিমনি ওআৰ্দ, ইবিলাক দুইবো খ্ৰিষ্টিয়ান বিধিৰে আৰু কম্পানিৰ নতুন কানুন মতেও নগাঁও জিলাত বিবাহ হল; শ্ৰীজুত পাদুৰি ব্ৰনাৰ্ড চাহাবে বিবাহ দিএ, শ্ৰীজুত কাপ্তান বটলৰ চাহাব বিবাহৰ ৰেজেষ্ট্ৰাৰ ।

## মান দেসৰ মিলন হোআৰ বাত্ৰা ।

Peace with Burmah.

জুলাই মাহৰ ২২ তাৰিখে ৰাঙ্গুন নগৰৰ পৰা তেনাচেৰিম নামে ভাপ জাহাজ কলিকতালৈ আহি, মান দেসৰ মিলনৰ এই বাত্ৰা আনিলে । পেগু আদি মান দেসৰ জি জি ঠাই কম্পানিএ লৈছে লৰে, আৰু বিসেসকৈ জি ঐৰাৱতি নদিএ দি সকলো বেহা বেপাৰৰ নাও মান দেসৰ উত্তৰ ভাগ জি ৰাজধানি আৱা নগৰ, তালৈ গৈ আটাই লোকৰ আহাৰ আদিৰ বস্তু দিএ, সেই নদিৰ বাট কম্পানিৰ বনুআ জাহাজে ভেঁটি ধৰাত কোনো বেহেৰুআ লোক ৰাজ ধানিলৈ জাব নোঅৰাত, সেই ঠাইত অতিসই দুৰ্ভিখ্য হল । তাতে চাউলৰ মোনত ৮ টকা হৈছে, আৰু মানুহে খাবলৈ নো পোআত দুখ পাই মৰিল খিন হৈ উঠৰ নোআৰ অনেক বিধ ৰোগ বাঢ়ি গৈছে । এই মহা দুৰ্ঘটনাৰ কাৰনে মান ৰজাই কম্পানিৰ পৰা মিলনৰ ইচা জনাই পঠালে । মান দেসত চপা এখন সম্বাদ পত্ৰতো প্ৰকাস কৰিছে, বোলে, কম্পানিৰ জি জি মানুহ সিইঁতে বনত ধৰি বন্দিকৈ নিচিলে, সেই আটাইকে মান লোকে ওভোতাই দিলে । আৰু কম্পানিএ জি দেস ললে, সেই সকলো দেস এতিয়াৰ পৰা কম্পানিৰ অধিন হৈ থাকিব, তাৰ ওপৰত মান লোকৰ একো সক্তি আৰু নে থাকে ইয়াকে বুলি অধিকাৰেৰে নিৰ্নয় কৰিছে; আৰু দুয়ো দেসৰ মাজত মিত্ৰতা ভাৱে বেহা বেপাৰৰ কৰম জেন চলিব পাৰে, এই ৰূপ মিলন হবলৈ কম্পানি বাহাদুৰৰ আগত নিবেদন জনাইছে ।

শ্ৰী শ্ৰীজুত গবৰ্নৰ জেনৰেল বাহাদুৰে সেই ৰূপে মিলনৰ কথা প্ৰকাস কৰা হলেও তথাপি মান দেসৰ ভিতৰত বহু সেনা সেনাপতি থৈ ৰনৰ সামগ্ৰি ৰাখিব; কিয়নো মান লোকৰ পূৰ্বৰ অবিস্বাস তেঁওৰ মনত আছে । এই মিলনৰ বাত্ৰা সুনাত আমি আনন্দ পাইচোঁ, কিয়নো ৰন হৈ থাকিলে বহু লোকৰ প্ৰান নষ্ট হই ।

## ১৮৫২ চনৰ কলিকতা পুলিচৰ ৰিপৰ্ট ।

**Report of the Calcutta Police for 1852.**

কলিকতা নগৰত সেই বচৰত চোৰ ডকাইত আদি সকলো বিধৰ ১৬৬৪ জন জগৰিয়া ধৰা পৰিচিল; তাৰে বিচাৰ কৰি জগৰ পোৱা ১১৭০ জন পালে, আৰু ৪৮৪ জনৰ জগৰ নে পাই মুকলি কৰি দিলে। জিবোৰক জগৰিয়া পালে সিইতৰ মাজৰ ৬ জনৰ গাত বধ কৰাৰ জগৰ পৰিল, অকল এটাকহে অগ্যান ৰূপে বধিলে। খুন কৰা ৭ টা, কিলা কিলি কৰা ৪ টা, ঘৰত জুই লগোৱা এটাও নাই, সিন্ধি খনা চোৰ ১৭, আৰু পঞ্চাস টকাতকৈ অধিক ধনৰ চোৰ ৬৬, পঞ্চাস টকাতকৈ কম ধনৰ চোৰ ৮৪০ জন, নদিৰ ওপৰত চুৰ কৰা ৫০ জন, জালচাজি কৰ্ম্ম কৰা লোক ৮। চুৰ কৰা সকলো ধন সম্পত্তিৰ মুল্য সৰ্ব্ব মুঠে ১,৪১,১৬৩ টকা ৷ অনা ৩/ পাই; কিন্তু তাৰ মাজৰে চোৰৰ হাতৰ পৰা পোৱা ধন ১০১,১৮২ টকা ৸৫/ অনা ৩ পাই।

## জগনাথ তিৰ্থত জাত্রিক লোকৰ মৰন।

**Loss of Life at Jogonath.**

জুলাই মাহৰ ৬ তাৰিখে ৰথ জাত্রাৰ সময়ত জগনাথ তিৰ্থৰ মাজত এটা বৰ দুৰ্ঘটনা হল। এই বচৰত জগনাথলৈ জোৱা জাত্রিক লোক অতি তাকৰ হোৱাত, থানৰ অধিকাৰবিলাক আন বচৰতকৈ জাত্রিক লোকৰ পৰা অধিক দান তুলিব খোজাত, প্ৰধান মন্দিৰৰ গৰাকি বৰো ৰামচন্দ্ৰ দেৱে জাত্রি লোকে এই ভাৱে ধন নি দিএ মানে জগনাথ দৰ্সন কৰিবলৈ নিদিবৰ হেতুকে মন্দিৰৰ দেৱালৰ দুআৰ বন্ধ কৰিবলৈ আগ্যা কৰিলে। কিন্তু বৰ দুআৰৰ ওচৰত হেজাৰ হেজাৰ জাত্রিক লোক গোট খাই বৰ সৰদেৰে এৰাও কৰিলত, পাণ্ডা আৰু পোৰোহিতবোৰে লোক সমুহৰ এৰাৱৰ কাৰনে সিবিলাকলৈ দুআৰ মেলিব লগিয়া হল। তাতে জগতৰ নাথ জি সেই কাঠৰ দেৱতাক দৰ্সন কৰিবৰ হেতুকে লোক সমুহবিলাকে হেঁচা হেঁচি, ঠেলা ঠেলি কৰি জোআত অনেক মানুহক তৰিৰ তলত পেলাই গচকি মাৰিলে। পাচে তেতিয়া পুলিচৰ বৰকান্দাৰ দাৰোগা আহি বিচাৰ কৰি চালে, তেতিয়া ১৮ জন মানুহক তৰিৰ গচকাত মৰা পালে, আৰু জিবলৈ একো আসা ন থকা, এনে তালেমানকো খেতেলা খাই দুখ পোৱা পালে। এই সকলো কথা তেতিয়াই শ্রীজুত বিচাৰ পতি দ্রামণ্ড চাহাবলৈ জনোআ হল; তাতে বিচাৰ পতিএ কি কি দণ্ড আগ্যা কৰিব, সেয়ে এতিয়া থিৰ কৰা ন হলেও, তথাপি বৰো ৰামচন্দ্ৰ দেৱক কিবা দণ্ড কৰিব বুলি সকলোএ ভাবিচে, কিয়নো এতেক লোকৰ প্ৰান নষ্ট কৰাৰ হেতু তেঁৱেইহে।

## চেপ্তেম্বৰ, অৰ্থাত আহিনৰ পঞ্জিকা ।

**Almanac for September, A. D. 1853. Sal. Sac 1775.**

| চেপ্তেম্বৰ | ভাদ | বাৰ | তিথি | দিনমান | চেপ্তেম্বৰ | আহিন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৫ | ২৮ | ১২।৩৪ | ১৬ | ১ | ৬ | ১৪ | ১২।১০ |
| ২ | ১৮ | ৬ | ২৯ | ১২।৩২ | ১৭ | ২ | ৭ | ১৫ | ১২।৮ |
| ৩ | ১৯ | ৭ | ৩০ | ১২।৩০ | ১৮ | ৩ | ১ | ১৬ | ১২।৬ |
| ৪ | ২০ | ১ | ১ | ১২।২৮ | ১৯ | ৪ | ২ | ১৭ | ১২।৫ |
| ৫ | ২১ | ২ | ১ | ১২।২৬ | ২০ | ৫ | ৩ | ১৮ | ১২।৩ |
| ৬ | ২২ | ৩ | ৩ | ১২।২৫ | ২১ | ৬ | ৪ | ১৯ | ১২।১ |
| ৭ | ২৩ | ৪ | ৪ | ১২।২৩ | ২২ | ৭ | ৫ | ২০ | ১২।০ |
| ৮ | ২৪ | ৫ | ৫ | ১২।২২ | ২৩ | ৮ | ৬ | ২১ | ১১।৫৯ |
| ৯ | ২৫ | ৬ | ৬ | ১২।২০ | ২৪ | ৯ | ৭ | ২২ | ১১।৫৭ |
| ১০ | ২৬ | ৭ | ৮ | ১২।১৯ | ২৫ | ১০ | ১ | ২৩ | ১১।৫৬ |
| ১১ | ২৭ | ১ | ৯ | ১২।১৭ | ২৬ | ১১ | ২ | ২৪ | ১১।৫৪ |
| ১২ | ২৮ | ২ | ১০ | ১২।১৬ | ২৭ | ১২ | ৩ | ২৫ | ১১।৫৩ |
| ১৩ | ২৯ | ৩ | ১১ | ১২।১৪ | ২৮ | ১৩ | ৪ | ২৬ | ১১।৫২ |
| ১৪ | ৩০ | ৪ | ১২ | ১২।১৩ | ২৯ | ১৪ | ৫ | ২৬ | ১১।৫০ |
| ১৫ | ৩১ | ৫ | ১৩ | ১২।১১ | ৩০ | ১৫ | ৬ | ২৭ | ১১।৪৯ |

এই অৰুনোদই গিয়ান ভণ্ডাৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাতে চাপা কৰা হৈচে। আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ টকহা।

**THE ORUNUDOI,**

**A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.**

***Printed and published monthly by* N. BROWN, *Editor, at the Sibsager Baptist Mission Press, for the American Baptist Mission in Asam.***

# অৰুনোদৈ

৮ বচৰ। মোং সিৰসাগৰ, চেপ্তেম্বৰ, ১৮৫৩। নম্বৰ ৯।

VOL. VIII. SIBSAGOR: SEPTEMBER, 1853. NO. 9.


## বিস্ৰাম দিন আৰু ইস্বৰক ভজা ঘৰ।

The Sabbath and the Sanctuary.

সকলোতকৈ উত্তম সাধু আৰু ৰজাবিলাকৰ মাজতো দাৱিদ ৰজা প্ৰধান আছিল। তেঁও বহু ধন জসস্যাৰে আৰু ৰাজ মহিমাৰে অতি প্ৰতাপি হৈছিল, ৰাজ্য সাসন কৰাৰ প্ৰধান ভাৰ তেঁওৰ ওপৰত দিয়া হল, তথাপি সকলো ৰাজ্য আৰু ৰজাবিলাকৰ ওপৰত এজন সৰ্বোপৰি ৰজা আছে বুলি জানি, সিংহাসনৰ পৰা নামি তেঁও দিনে দিনে তিনি বাৰ সেই পৰম ইস্বৰৰ চৰনত পৰি স্তুতি আৰু সেৱা ভক্তি কৰে; আৰু তেঁওৰ পুত্ৰ চিলোমোন ৰজাক আদেস কৰি তেঁওৰ দোআৰাই ইস্বৰৰ সেৱালৈ এটা অতি মনোহৰ মন্দিৰ নিৰ্মান কৰালে। তেঁও ইস্বৰৰ ঘৰৰ পৰা কোনো কাৰনে প্ৰিথক হোআতে তেঁও তাৰৈ মন কৰি কলে,



NIAGARA SQUARE BAPTIST CHURCH,
BUFFALO, N. Y.

"হে সৈন্যৰ অধিকাৰ পৰম ঈশ্বৰ, তোমাৰ বাস থান কেনে প্ৰিয়! আমাৰ মন পৰম ঈশ্বৰৰ মন্দিৰৰ চৌতালৰ নিমিত্তে অতি ইচাৰে মুৰ্চ্চিত হই; জিবিলাকে তোমাৰ মন্দিৰত নিবাস কৰে, সেইবিলাক ধন্য, কিয়নো সিবিলাকে নিতৌ তোমাক স্তুতি কৰি থাকে। আন হেজাৰ দিনতকৈ তোমাৰ মন্দিৰৰ চৌতালত এদিন থকাই ভাল, আৰু পাপিবিলাকৰ তাম্বুত থকাতকৈ ঈশ্বৰৰ ঘৰৰ দুঅৰি হোআই ভাল।"

এই কথাতে আন সকলো অধিকাৰ আদি প্ৰধান লোকলৈ দায়ুদ ৰজাই এক উত্তম দ্ৰিষ্টান্ত হৈছে; কিয়নো অনেক ডাঙ্গৰিয়া আৰু প্ৰধান লোকে, মহান পালন কৰ্ত্তা, অৰ্থাত জি জনে তিনিও ভুবনক আপোন বাহু বলৰ দোআৰাই পালন কৰিছে, সেই জনক পাহৰি আপোনাকে মাথোন প্ৰধান বুলি ভাবে; আৰু সিবিলাকৰ মন নম্ৰ ভাৱে ৰাখি, জগতৰ ঈশ্বৰৰ চৰনত পৰি পাপ সকলো গাত লৈ তেঁওত থোমা থোজা সিবিলাকৰ এয়ে দুসাধ্য কৰম, কিয়নো কেৱল আপোনাকেহে ডাঙ্গৰ বুলি মানে। কিন্তু দায়ুদ ৰজাই হলে এনে গৰ্ব্ব ন কৰিলে, কিন্তু স্বৰগৰ ঈশ্বৰৰ আগত আপোনাকে নম্ৰ কৰি তেঁওৰ ইচাৰ দৰে সকলো ধৰম কৰম কৰি সেসত তেঁওৰ অনুগ্ৰহৰ ভাগি হল। আৰু এতিয়া সকলো দেসৰ গিয়ানি আৰু ধৰ্ম্মৱন্ত লোকে ঈশ্বৰৰ সেৱা কৰা ঘৰক প্ৰিতি কৰে; কিয়নো সেই ঠায়েই তেঁওৰ ধৰম উপদেস দিয়া হাই; তাতে ঈশ্বৰলৈ আৰু মানুহলৈকো আমাৰ জি সমন্ধ থাকে, আৰু জি কৰমত ঈশ্বৰৰ ক্ৰোধ প্ৰজ্বলিত হই, নতুবা জি কৰমত তেঁও সন্তোস পাই প্ৰেম দান কৰে, আৰু সেসত অনন্ত পৰিত্ৰান পাবৰ উপাই কি, এই সকলো কথা তাত পোআ জাই; এই হেতুকে ইহকাল আৰু পৰকালৰ বিসয়ে বিবেচনা কৰা লোক সকলে ঈশ্বৰৰ ঘৰক প্ৰিতি কৰে।

আৰু জগতৰ সকলো লোকক ঈশ্বৰে বিস্ৰাম বাৰক পবিত্ৰ কৰি পালিবলৈ প্ৰধান আগ্যা দি কলে, বোলে, "বিস্ৰাম দিন পবিত্ৰ কৰিবলৈ সোঁৱৰা। চই দিন বন কৰি তোমাৰ আটাই কাম কৰা; কিন্তু সপ্তম বাৰ তোমাৰ প্ৰভু পৰম ঈশ্বৰৰ বিস্ৰাম দিন, তাত কোনো কৰম ন কৰিবা"। এই আগ্যাতে আমাৰ সংসাৰিক কাম কৰিবলৈ তেঁৱে চই দিন দিলে, কিন্তু সপ্তম দিন ৰাখি, আপোনাৰ দিন বুলি পবিত্ৰ কৰিলে। চই দিন দি, এক দিন ৰাখিলে; জি ৰূপে কোনো এক দয়ালু ৰজাৰ প্ৰজা সকলৰ মাজত বৰ এঁকাল লাগিলত তেঁও মৰম কৰি ৰাজ্যৰ উপকাৰৰ নিমিত্তে আপোনাৰ সাত লাখ টকাৰ মাজৰ চভাগ বিলাই দিএ, আপোনালৈ সেস লাখ ৰাখিলে; কিন্তু পাচে প্ৰজা সকলৰ মাজত লোভ লাগি ৰজাৰ ঘৰৰ পৰা সেই সেস লাখ টকাও চুৰ কৰি নিএ, তাৰ দৰে বিস্ৰাম বাৰক অমান্য কৰা প্ৰতি জন মানুহ। আমাৰ চাৰিও ফালে দেখা গৈছে ঈশ্বৰে দিয়া চই দিন সিবিলাকৰ সংসাৰিক কৰম কৰি, পাচে লোভ লাগি ঈশ্বৰৰ সেৱালৈ ৰখা সপ্তম দিনকো আপোনাৰ সংসাৰিক কৰম চলাবলৈ লই, আৰু কোনো কোনোএ ঈশ্বৰৰ এনে আগ্যা আছে বুলি নে জানে। কিন্তু ঈশ্বৰৰ দিন পালন কৰাৰ আগ্যা সকলো দেসত এনে অমান্য কৰা ন হই; ইংলণ্ড আমেৰিকা আদি অনেক দেসত প্ৰাই সকলো গাঁও আৰু নগৰত ঈশ্বৰৰ সেৱাৰ নিমিত্তে ভজা ঘৰ থাকে। এনে সামান্য ঘৰৰ নকচা সি পিটিত দিয়া হৈছে; আন আন অনেক ডাঙ্গৰ আৰু সুন্দৰ ঘৰ আচে। তাৰ ভিতৰত কোনো মূৰ্ত্তি প্ৰতিমা নে থাকে, কিন্তু নিৰাকাৰ, নিৰঞ্জন, সৰ্ব্বৱিয়াপি জি পৰম ঈশ্বৰ, জি জনক মৰ্ত্ত্য সৰিলৰ মংস চকুৰে দেখিব নোআৰে, কিন্তু অকল গিয়ান আৰু আত্মা ৰূপ চকুএৰে মাথোন দেখা হই, তেঁওকহে তাত সেৱা কৰে। সপ্তাহৰ মাজত অনেক দিনত ঈশ্বৰৰ সেৱা কৰিবৰ হেতুকে সেই ঘৰলৈ লোকবিলাকে জাই, কিন্তু বিসেসকৈ দেওবাৰত কচাৰি, গোলা, হাট, বজাৰ আদি সকলো সংসাৰিক কৰম চলোআ ঘৰ বন্ধ কৰি, লোকবিলাকে ঈশ্বৰৰ কথা সুনিবলৈ জাই। সেই সকলো দেসত জত এনে আচৰন হই, তাত সুখ সান্তি থাকে; আৰু চোৰ,

মিচলিয়া, বেস্যা আদি পাপ আচৰন গুচে, আৰু তাৰ লোকবিলাকো সত্যতে প্ৰবৰ্ত্তন কৰে; কিন্তু জতে এনে আচৰন নাই, অৰ্থাত বিস্ৰাম বাৰক মান্য কৰি, ইশ্বৰৰ সেৱাত তেঁওৰ দিন নি নিয়াই, তাতে সকলো পাপ কৰম অসংখ্যা ৰূপে বাৰ্হে। ম.

---

## ঢাকাৰ মল মল কাপৰৰ বিবৰন।

Manufacture of Dacca Muslins.

ঢাকাৰ মল মল কাপৰত সকলোৰে প্ৰিতি; সকলোএ সেই মনোহৰ কাপৰক আনন্দেৰে প্ৰসংসা কৰে; এই কাৰন মই জানিচোঁ তাৰ বিবৰনত কোনোএ বিৰকতি নে পাব। আৰু হিন্দুবিলাকো সিল্প কৰমত নিপুনৰ কাৰনে এই অনুপম কাপৰেই এটা প্ৰধান ধজৰ নিচিনা চিন হল। প্ৰিথিবিৰ সকলো ঠাইৰ সকলো পাৰ্গত জোলা তাঁতিবোৰেও ইয়াৰ নিচিনা কাপৰ বৰলৈ অনেক কালৰে পৰা কাৰ্বাৰ কৰিচিল; কিন্তু সেই দেসৰ এই খিয়াতি ৰূপে সকলোতে জই হোৱা মল মল কাপৰৰ গজৰ অহঙ্কাৰ গুচাব পৰা আজিলৈকে কাৰো সক্তি ন হল। ঢাকাৰ কাপৰৰ উপৰি উত্তম কাপৰ নাই। সি কেৱল নৰম জন্ত্ৰত জুগুত হই, কিন্তু সেই সামান্য জন্ত্ৰত তাক জুগুত কৰাবিলাকৰো কি আচৰিত সক্তি! বিলাতত-কৈ পাৰ্গত লোক কোনো ঠাইত নাই, তথাপি এনে কৰ্মত নিপুন লোকবিলাকে বহু মুলিয়া ডাপৰ জন্ত্ৰেৰে সৈতেও তাৰ নিচিনা সুন্দৰ মিহি কাপৰ জুগুত কৰিব নোৱাৰি হাটিল। দুহেজাৰ বচৰৰ আগেএ এই অতুল্য কাপৰ আগৰ কালৰ ৰোম ৰাজ্যত প্ৰধান হৈও হিন্দুবিলাকৰ সিল্প কৰমৰ গুনৰ প্ৰসংসা বচন প্ৰমান স্বৰূপে লিখা হৈছিল; আৰু এতিয়াও ইঙ্গলণ্ড দেসৰ তাঁতিবিলাকৰ নিন্দনিয় ৰূপে লোকবিলাকৰ মাজত প্ৰখ্যাত হৈ আচে। ইউৰপৰ সিল্প কৰমত পাৰ্গত বৰ গিয়ানি এজনে ইয়াক প্ৰসংসা ৰূপে কৈচিলে বোলে, "মনে ধৰে ইয়াকে বিদ্যাধৰি আৰু অপস্বৰাবিলাকেহে বৈচে; এনেকুৱা উত্তম মিহি কাপৰ মানুহৰ তাঁতৰ হাতেৰে কৰিব পৰা সক্তি নাই।" ৰূপতো এই প্ৰসংসা কথা বৰ বো পোৱা ন হই।

ঢাকা দেসৰ সকলোতে এই উত্তম কাপৰ জুগুত হই; আৰু তলত লিখা নগৰবিলাক ইয়াৰ প্ৰধান ঠাই। তাৰ নাম ঢাকা, বৰ্ন-গ্ৰাম, ডুমৰাই, তিতবাদি, জঙ্গলবাৰি আৰু বাজেত্ৰিপুৰ। এই সকলো নগৰৰ মাজত ঢাকা সকলো ৰূপে প্ৰধান। এই নগৰবিলাকৰ কাপৰৰ নিমিত্তে আগৰ কালত প্ৰিথিবিৰ সকলো সুন্দৰ সভ্য দেসবিলাকৰ পৰা মুদৈৰে এই ঠাইলৈ আহে। এতিয়া অলপ মুলিয়া বিলাতি কাপৰ বেৱহাৰৰ ৰিতি চলাত বহু মুলিয়া ঢাকাৰ কাপৰৰ নিমিত্তে লোকবিলাকৰ তেনে আসকতি ইচা নাই, তথাপি সেই নগৰৰ নিচেই স্ৰি গুচা নাই। এতিয়াও তালৈ নানা বিধ বেহা বেপাৰি তাৰ কাৰনে অহা জোৱা কৰিহে থাকে।

কাপৰ বৰলৈ প্ৰথমে কৰিব লগা কৰম সুতা কটাই। সেই কৰম ঢাকাৰ দেসৰ তিৰোতাবিলাকৰ পৰা সিধি হই। সেই তিৰোতাবিলাকক সামান্য লোকে "কাটনি" নাইবা "সুতা কাটনি" বোলে। সেই কাটনিবিলাকৰ সক্তি অৰ্থাত হাতৰ আঙুলিৰ উমানৰ সক্তি অতি প্ৰধান; সেই কাৰনে সিইতে সুতাৰ সৰু বৰ হাততে জি ৰূপে অতি ভালকৈ বুজিব পাৰে, প্ৰিথিবিৰ ভিতৰত এনেকৈ আৰু কদাচিতো কোনো জাতিএ নোৱাৰে। অলপ বয়সিয়া তিৰোতাবোৰে সকলোতকৈ উত্তম সুতা কাটে, ৩০ বচৰতকৈ অধিক বয়স হলে, সিইতৰ চকুৰ আৰু আঙুলিৰ সক্তি সেই কৰমলৈ ভাল ন হই, আৰু সিইতে তেনেকুৱা উত্তম সুতা কাটিবলৈ সক্তি নে থাকে। ৰাতি পুৱাৰ পৰা দহ বজালৈকে, আৰু আবেলি চাৰি বজালৈ এই দুই কালত সুতা কাটিবৰ সমই। ইয়াৰ বাহিৰে আন সময়ত নাইবা বৰ ৰদ থাকিলে, উত্তম সুতা কাটিব নোৱাৰে। "মল মল খাচ" নামেৰে সকলোতেকৈ উত্তম কাপৰ বৰৰ নিমিত্তে সুতা অতি ৰাতি পুৱাইহে কাটিব

পাৰে আৰু জদি সেই সময়ত কাটনিৰ চাৰিও ফালে চাইত নিয়ৰ নে থাকে, তেতিয়া এটা পাত্ৰত অলপ পানি ভৰাই লৈ তাৰ ওপৰতহে সুতা কাটে, সেয়ে ন হলে সুতাবোৰ চিগি ভাগি জাই । এই ৰূপে জি সুতা জুগুত কৰে সি মকৰাৰ জাহতকৈও সৰু, তেনে সুতা ১৭৫ হাতে জোখত এৰাতি হই । অৰ্থাত তেনে সুতা এসেৰ মেলি দিলে প্ৰাই ৫০০ চাৰি স জ্যোতিসি ক্ৰোচৰ হত জোৰা হই । আৰু এই আচৰিত সুতা জেনে সৰু, তাক কাটিবলৈকো তেনেকৈ অধিক স্ৰম কৰিব লাগে । আৰু দুমাহ নেৰি স্ৰম কৰি কাটিলেহে এটকা সুতা জুগুত হই, দস্তুৰত ইয়াৰ মূল্যো ভালেমান । সকলোতকৈ উত্তম সুতা সেৰত ৬৪০ টকা ৰূপৰ কমে নে পাই ।

সুতা জুগুত হলে ফেটি বা নুটিস নিচিনাকৈ অৰ্থাত মেচিয়াই থই । পাচে জোলাবিলাকে সেই সুতা পানিত তিয়াই বাহৰ চেৰেকিৰে লেটাই ভাল বেয়া দুভাগকৈ বাচি লই, জিবোৰ উত্তম তাক দিঘত দিবৰ নিমিত্তে লই, ইবোৰ বানিবলৈ জুগুত কৰে । এই ৰূপে বেলেগ বেলেগকৈ বচা হলে দিঘৰ সুতা খনি তিনি দিন ভাল পানিত তিয়াই থই । পাচে চাই দিনৰ দিনা তাৰ পৰা পানিবোৰ চেপি পেলাই চেৰেকিত লেটাই লৈ ৰদত সুকাই । তাৰ পাচত আঙ্গাৰ, চুন, গোলাপ পানিত তিয়াই থৈ দুদিনৰ মুৰত ভাল পানিএৰে বগাকৈ ধুই পেলাই চাঁত সুকাই । আকও ইয়াৰ পাচত সেই সুতা পানিত এৰাতি তিয়াই থলে মাৰ দিব লগা হই, ঢাকাত আখৈৰ মন্দৰ মাৰ দিয়া বেৱহাৰ আছে, আৰু তাক সুতাত দিয়াৰ আগেয়ে তাত অলপ চুন সানি লই । এই ৰূপে দিঘৰ সুতা জুগুত হলে তাক উত্তম, মধ্যম, নৰম, তিনি ভাগ কৰি বাচি পেলাই; উত্তম খনি সুতা কাপৰৰ সোঁ ফালে, মধ্যম খনি বাঁও ফালে, নৰম খনি মাজত দি এই দৰে বেৱহাৰ কৰি থাকে । আটাইতকৈ উত্তম কাপৰ বোআতো এই নিয়মৰ বেলেগ ন কৰে; ইয়াৰ দৰেইহে জুগুত কৰে । বানিৰ সুতা জুগুত কৰোঁতে আগৰ দৰে স্ৰম নাই । কিয়নো তাক গধূলিৰে পৰা পুআলৈকে পানিত এৰাতি তিয়াই থৈ তাৰ পাচ দিনা ৰাতি পুআই মন্দৰ মাৰ দিলেই হই, আৰু দিঘৰ সুতা একে বেলিএই জুগুত হই, পথালিৰ সুতা প্ৰতি দিন জুগুত কৰিব লাগে; একে বেলিএই এটা থানৰ সুতা সেই দৰে জুগুত কৰিলে সেই সুতা বেয়া হৈ জাই ।

আগৰ দৰে সুতা জুগুত হলে কৰিব লগা ৰূপে বোআৰ কৰম আৰম্ভন কৰে; কিন্তু তাৰ বিবৰন এতিয়া বাহুল্য ৰূপে লিখা ন হল । "মল মল খাচ" নামেৰে কাপৰ ববলৈ ভাল দিন আহাৰ, সাওন আৰু ভাদ মাহ । ইয়াৰ বাহিৰে আন সময়ত সেই কাপৰ ববলৈ হলে তাঁতৰ পাচত অলপ পানি থৈ কেৱল ৰাতি পুআই স্ৰম কৰিলেহে তাক ভাল কৰিব পাৰে ।

ঢাকাৰ দেসত জি সকল কাপৰ জুগুত হই তাৰ ভিতৰৰ মল মল খাচ, সৰকাৰআলি জুনা, বঙ্গ, আবৰওয়া, খাসা, সবনম, আলাবলি তঞ্জেব, তৰন্দম, সৰবন্দ, সৰবৰি, কমি ডোৰিয়া, চাৰখানা, জামদানি, এই কেই f কাপৰ সকলোতকৈ ভাল । বিং স

( To be Continued )

## চৰাই চলনৰ সক্তি ।

Velocity of Birds.

সগুনে এক ঘণ্টাত ১৫০ মাইল উৰি জাব পাৰে । শ্ৰীজুত মেজৰ আৰ্কৰাইত চাহাবে লাব্ৰাদৰ দেসত থাকোঁতে বনৰিয়া হাঁহ এক ঘণ্টাত ৯০ মাইল উৰি জাব পাৰে বুলি বিচাৰ পৰ কৰি জানিচিল । সামান্য কাউৰিএ ২৫ মাইল প্ৰতি ঘণ্টাই উৰি জাব পাৰে । আৰু তালথুচি অৰ্থাত ইংৰাজি ভাসাত "স্বালও" চৰায়ে ৯২ মাইল এক ঘণ্টাত উৰি জাব পাৰে । ইঙ্গলণ্ড দেসৰ ৰজা চতুৰ্থ হেনৰিৰ এটা সেন চৰাই ফন্তেইবিল নগৰত নাই কিয়া হোআত ভুমাজৰ সমুদ্ৰত থকা মলতা মাজুলিত পোআ গল । জদি এই কথা সঁচা হই, চৰায়ে জিবাই সঁতাই ঘণ্টাই ঘণ্টাই ২৪ মাইল, আৰু নি জিবোআকৈ ৫৭ মাইল উৰিচিলে । ভ.



## মান দেসৰ কাৰেন লোকৰ আখ্যান।

The Karens of Burmah

অৰুণোদই পৰ্হা লোক সকলে মান দেসৰ বন জুধৰ বাত্ৰাৰ মাজত কাৰেন লোকৰো কিছু কিছু কথা সুনিবলৈ পালে। আমাৰ অচম দেসৰ পৰ্বতিয়া লোকৰ নিচিনা সিবিলাকৰ চাঙ্গ ঘৰ, পিন্ধা উৰা আৰু আচৰন; কিন্তু আন অসভ্য জাতিৰ দৰে বন জুধ আদি ন কৰে, আৰু আন জাতিতকৈ সিহঁতৰ স্বভাৱো উত্তম। সিবিলাকৰ কোনো ধৰম পুথি নাই, সিহঁত নগৰত নে থাকি, পৰ্বতৰ টিঙ্গত, ভৈয়ামত, হাবিৰ মাজত থাকে; এই নিমিত্তে মান লোকে সিহঁতক বন মানুহ বুলি মাতে, আৰু সিহঁতলৈ কঠিন বেৱহাৰ কৰিচিল।

সেই কাৰেন জাতিৰ ব্ৰিত্তান্ত অতি আনন্দ দিঁওতা, এই হেতুকে তাৰ কিছু কথা প্ৰকাস কৰিব খোজোঁ; ২৫ বছৰৰ আগেয়ে জেতিয়া স্ৰীজুত বোৰ্দমান চাহাবে মান দেসৰ কোনো গাঁৱত ধৰম কথা প্ৰচাৰ কৰি ফুৰিচিল, সেই কালত জি সমূহ লোকবিলাকে ইশ্বৰৰ কথা সুনিবলৈ আহিচিল, সিবিলাকৰ সগতে কেতবোৰ কাৰেন লোকো আচিল। এদিনা সিহঁতৰ মাজত একজনে চাহাবৰ কথা মন দি সুনি আচিল; পাচে জেতিয়া চাহাবে উপদেস দি এঁটালে, তেতিয়া অচিনাকি চাহাবৰ ওচৰলৈ সেই মানুহটো আহি কলে, হে ধৰম গুৰু, মোৰ কিছু কথা সুনা। সৌ পৰ্বতত থকা আমাৰ কাৰেন লোকৰ মাজত বহু দিনৰে পৰা চলতি হোআ এটা কথা আচে, বোলে, মহা সমুদ্ৰৰ ওপৰে দি পচিম দিপৰ পৰা বগা মানুহ আহি আমাক ইশ্বৰৰ আগ্যা সকলো সিকাব; সেই চলতি কথা এতিয়া পুৰ হবলৈ ধৰিচে, কিয়নো আপোনাকে সেই বগা মানুহ বুলি দেখিচো, আৰু পচিম দিপৰ পৰা আহি ইশ্বৰৰ সাস্ত্ৰ আনিচা বুলিও কৈচা; তেন্তে হে ধৰম গুৰু, এতিয়া ইশ্বৰৰ আগ্যা সকল আমাক নি সিকাবা নে? আৰু জিহকে আমি সেৱা কৰি থাকোঁ, এনে এখন পুথি আমাৰ মাজত আচে। মান লোকে বহু জতনেৰে আমাক দেওপুজক কৰাবলৈ মন দিএ, তথাপি সেই পুথি আমাক সিকাবলৈ পচিম দিপৰ পৰা বগা মানুহ অহালৈকে আমি অপেখ্যা কৰি আচো।

সেই কথা সুনি বোৰ্দমান চাহাবে অতি আচৰিত মানি, সিহঁতে সেৱা কৰা পুথি খন তেঁওৰ ওচৰলৈ আনিবলৈ কলে। পাচে জেতিয়া আনিলে, তেতিয়া বৰ এখান কাপৰৰ নিচিনা পেটেৰাৰ ভিতৰত থোআ কিবা বস্তু হেন দেখি, তেঁও তাক মেলিবলৈ ধৰিলত, কাপৰৰ অনেক সুৰা মেলি মেলি, ভিতৰত ইংৰাজি বাজ ধৰমৰ প্ৰাৰ্থনা থকা এনে এখনি সৰু পুথি দেখা পালে। জনৈকে ইংৰাজি লোক কোনো কালে জোআ নাই, এনে নিৰ্জান ঠাইলৈ কেনে ৰূপে সেই সৰু পুথি খনি নিয়া হল, তাক বুজিব নোআৰিলে, তাক ইশ্বৰেহে জানে। সেয়ে জি হওক; চাহাবে সিহঁতক কলে, পুথি খন উত্তম, কিয়নো সি ইশ্বৰৰ কথাহে কই; তথাপি সেই পুথি সেৱা কৰা অনুচিত; জি জন পৰম ইশ্বৰক সেই পুথিএ বিদিত কৰিচে, তেঁওকেহে সেৱা কৰিব লাগে। তাকে সুনি কাৰেন লোকে কলে, বাৰু, তেন্তে তাকে আচৰন কৰিবলৈ আমাক সিকাব নে?

আমি সকলোএ তাকে মন দি সুনিম, আৰু ইশ্বৰৰ কথা মানিম।

কিন্তু হে পাঠক সকল, মন কৰা সেই উত্তম স্বভাৱৰ মানুহবিলাকক সিকাবলৈ কেনে কঠিন আছিল; সিবিলাকৰ এটিও আখৰ নাই কিচিল, ভাসাও অবিদিত, লোকো অসভ্য। তথাপি অলপৰ পাচে নতুন ভাবে আখৰ কৰি ক, খ, আকাৰ, ইকাৰ আদি প্ৰাই মান আখৰৰ আক্ৰিতিৰে দিয়া হল; পাচে বাৰে মতৰা আৰু দুই তিনি সৰু সৰু কিতাপ কাৰেন ভাসাৰে জুগুত কৰাত ইস্কুল পতা হল। এনে হলত সৰু বৰ, আৰু বুৰা বুৰি বিত চকু পিন্ধি চাৰি পাঁচ বচৰিয়া চাত্ৰৰ লগত বহি লিখা পৰ্হা সিকিবলৈ ধৰিলে, জেন নৌ মৰোঁতে সিবিলাকে ইশ্বৰৰ ধৰম আগ্যা সকল জানিব পাৰে। তেতিয়া সেই ইস্কুল কেনে সুন্দৰ দৰ্সন হৈচিল! আৰু সিবিলাকে ওপৰে ওপৰে আখৰ চাই পৰ্হে এনে ন হই, কিন্তু সকলো কথাৰ অৰ্থকো বিবেচনা কৰি প্ৰমান পালেহে গ্ৰাজ্য কৰে। ক্ৰমে ক্ৰমে সিবিলাকে ইশ্বৰৰ জি ধৰম আগ্যা সকলৈ ইমান বচৰৰ পৰা অপেখ্যা কৰি আচিল, তাকে পালে। আৰু চাহাব থকা জিলাৰ পৰা অনেক দিনৰ বাট দুৰৈ হোৱা সিইতৰ জি পৰ্বত তাতে এটা নাম ঘৰ সাজি, খৰাশিত মানুহ পঠাই, বোৰ্দমান চাহাবক আহি সিবিলাকৰ বহু লোকৰ আগত ইশ্বৰৰ ধৰম আগ্যা সকল জনাবলৈ নিবেদন কৰিলে। পাচে চাহাবে বহু স্ৰম কৰি অনেক বাৰ সিইতৰ পৰ্বতলৈ গৈ ইশ্বৰৰ কথা সিকাই, কোনো কোনোক ইশ্বৰৰ সত্য সেবক হোৱা পালে। কিন্তু এনেতে তেঁওৰ মৰন কাল ওচৰ হল। কাৰেন লোকে আন ঠাইতো নাম ঘৰ সাজি চাহাবক আহিবলৈ, আৰু সিবিলাকক প্ৰভুৰ নামেৰে বুৰ দিয়াবলৈ মিনতি কৰিলে। সিবিলাকৰ প্ৰাৰ্থনা সুনাত তেঁও অতি নিৰ্বলি হলেও এখন সজ্যাত তুলি, তিন দিনৰ মুৰত পৰ্বতত থকা সেই নাম ঘৰলৈ নিয়া হল। তাতে থকাত চাহাবৰ ৰোগ অতিসই বাৰ্হিল, তথাপি তেঁওৰ আপোন মিনতিৰ দোআৰাই পানিৰ কাষৰলৈ নিয়া হৈচিল; আৰু তাতে সজ্যাত পৰি, জেতিয়ালৈকে ৩৪ জন কাৰেন মানুহক বহু লোকৰ আগত খ্ৰিষ্টিয়ান ধৰম গ্ৰাজ্য কৰাই বুৰ দিওৱা ন হল, তেতিয়ালৈকে তেঁও আনন্দেৰে চাই চাই থাকি সেসত কলে, "হে প্ৰভু, এতিয়া তোমাৰ দাসক কুসলে বিদাই দিয়া, কিয়নো তোমাৰ পৰিত্ৰান মোৰ চকুএ দেখিবলৈ পালে।" সেই আনন্দৰ দৰ্সন ওপৰে দিয়া নকচাত দেখা হৈচে।

সেই প্ৰিয় আৰু মান্যবন্ত চাহাব অলপৰ পাচে ম্ৰিত্যু হল; কিন্তু কাৰেন লোকৰ মাজত জি পহৰ তেঁৱে দেখালে, সেই পহৰ বাৰ্হি বাৰ্হি সিবিলাকক অসভ্য জাতিৰ পৰা অতি সুন্দৰ সভ্য আৰু ধৰ্মবন্ত লোক কৰাইচে। দেখা, ২৫ বচৰৰ আগেয়ে সিবিলাকৰ এটি আখৰ, আকাৰ ইকাৰ, একো নাচিল, আৰু সত্য ইশ্বৰৰ সেৱক এজনো নাই কিচিল, কিন্তু এতিয়া হলে সিবিলাকৰ ১৬০০০ হেজাৰতকৈ অধিক লোক খ্ৰিষ্টৰ সেৱক হল। সিবিলাকৰ অনেক সুন্দৰ গাঁও, পথাৰ, ইস্কুল, পণ্ডিত আৰু ইশ্বৰক ভজা ঘৰো আচে; আৰু এতিয়া কম্পানিএ সিবিলাকক বিস্বাসি পাই, বিসয়া বাব দিচে। এই দৰে জিবিলাকক মান লোকে বন মানুহ বুলি মাতিচিল, সেইবিলাকে সত্য ধৰমৰ সক্তিৰে বিদ্যাত আৰু গিয়ানত আগ হৈ গল।

ম

## য়োচেফ নতু হেৰোৱা পুত্ৰ।

**Lesson XIX.—Joseph, or the lost Son found.**

য়োচেফে আপোনাৰ ভায়েকবিলাকক চিনাকি দিয়াৰ আগেয়ে বন্দিবোৰক খোঁটালিৰ পৰা বিদাই দিলে, তথাপি তেঁও ইমান বৰকৈ ক্ৰন্দন কৰাত তেঁওৰ বন্দিবোৰেও সুনিলে, আৰু য়োচেফে সিবিলাকক খোঁটালিৰ পৰা পাঁচি দিয়া কাৰনকো সিইতে তেতিয়া জানিলে। য়োচেফে আপোনাৰ ভায়েকবিলাকক পোৱাত তেঁওৰ বন্দিবোৰে আনন্দ পালে। য়োচেফে তেঁওৰ ভায়েকবিলাকৰ অধৰম কৰমৰ কথা মিচৰিয়া লোকৰ আগত কোৱা নাই।

কাৰো বজাই তেঁওৰ ভায়েকবিলাকক পোৱা

শুনি, তেওঁ অতিশই আনন্দ পালে, কিয়নো তেঁও য়োচেফক প্ৰিতি কৰিচিল। তেঁও য়োচেফক মাতি কলে, তোমাৰ ভায়াবিলাক আৰু তোমাৰ পিত্ৰি আৰু আটাই লৰা চোৱালিবিলাক তোমাৰ ওচৰলৈ আহোক, আৰু সেলত হোৱা আটাই ভাল ভাল আহাৰ পাব। আৰু আমি সিবিলাকক ঘৰ, বাৰি মাটিও দিম, তাতে সিবিলাক সকলো একে লগে থাকিব। আমি সিবিলাকৰ সৰু লৰা চোৱালিবোৰক আৰু তোমাৰ বুৰা পিত্ৰিক আনিবৰ কাৰণে ৰথ পঠাব লাগে, কিন্তু সিবিলাকে একো বস্তু আনিবৰ সকাম নাই, কিয়নো সিবিলাকক জি জি লাগে আমি আটাইকে দিম।

সেই ৰজা কেনে দায়ালু আচিল তাক দেখা। ৰথ টানিবৰ নিমিত্তে জন্তু, আৰু তেঁওৰ ভায়েকবিলাকে বাটত জাঁওতে খাবলৈ কিছু সমলো য়োচেফে জুগুত কৰি দিলে। তেঁও সিবিলাকক সুন্দৰ বটাও দিলে, কাৰণ য়োচেফ বৰ চহকি আচিল। তেঁও গাই পতি দুজোৰ দুজোৰ কাপৰ সিবিলাকক দিলে; কিন্তু বেনিয়ামিনক হলে তেঁও বহু ধনৰ বাজেও পাঁচ জোৰ কাপৰ দিলে। তেঁওৰ পিত্ৰিলৈকো ভেটি পঠালে, আটাই বিধৰ ভাল বস্তু কঢ়িয়াব পৰা এনে দহোটা গাধ, আৰু তেঁওৰ পিত্ৰিএ বাটত খাবলৈ বস্তু বুজাই দিয়া তেঁও আৰু দহোটা গাধ পঠাই দিলে।

সকলো বস্তু জুগুত হলত য়োচেফে তেঁওৰ ভায়েকবিলাকক সিদ্ধে কিনানলৈ গৈ আহিবলৈ কলে। সিবিলাক জোৱাৰ আগেএই তেঁও এই বুধি দি কলে, তোমোলাকে বাটত জাঁওতে জেন দন্দ ন কৰিবা সাৱধান হোৱা।

সিবিলাকৰ জাত্ৰা বৰ আনন্দেৰে হৈচিল। বেনিয়ামিন কি জানি কুসলে উভতি নাহিব, এই ভাবনা কৰি বুৰা য়াকোবে বৰ ভয়েৰে সিবিলাকক আহিবলৈ বাট চাই আচিলে; সেলত সিবিলাক সকলোকে নিৰ্ব্বিঘিনিএ অহা দেখিলে।

সিবিলাকে সিদ্ধে তেঁওক এই আনন্দৰ বাত্ৰা কলেহি বোলে, য়োচেফ জিয়াই আচে! আৰু আটাই মিচৰ দেসৰ ওপৰত জি প্ৰধান অধিকাৰ সহ বেচে, সেই জন তেঁওহে!

তাকে শুনি য়াকোবে বৰ আনন্দ পালে বুলি তুমি ভাবিচা নে? এনে ন হই; তেঁও সিবিলাকৰ কথাত বিশ্বাস ন কৰিলে। তেঁও কলে ন হই; মোৰ পুত্ৰ মৰিবৰ অনেক কাল হল। কিন্তু সিবিলাকে কলে, আমি তেঁওক দেখিলোঁ। য়াকোবে কলে, তাক মই পতিয়াব নোৱাৰোঁ। তেতিয়া ভায়েকবিলাকত য়োচেফে জি জি কৈচিল সেই সকলোকে তেঁওত কলে, বোলে আমি গৈ তেঁওৰ লগত থাকিবলৈ তেঁও তোমাৰ নিমিত্তে এই সকলোকে পঠাইচে। তথাপিও য়াকোবে সিবিলাকৰ কথা ন পতিয়ালে। তাতে সিবিলাকে কলে, তেঁৱে পঠোৱা ৰথ দেখিবা মাথোন, তেন্তে আমাক পতিয়াবা। এই হেতুকে সিবিলাকে তেঁওক নি ৰথ দেখুৱালতহে তেঁও পতিয়ালে আৰু আনন্দও কৰিলে।

তাতে য়াকোবে কলে, বোলে, এয়েই অধিক; মোৰ পো য়োচেফে এতিয়াও জিয়াই আচে হই; মই গৈ মৰিবৰ আগেএই তাক দেখিম।

ভায়েকবিলাকে সিবিলাকৰ লৰা তিৰোতা আটাইকে কিনান দেস এৰি মিচৰ জাত্ৰা কৰিবলৈ কলে। পাচে সিবিলাক আটায়ে ৰথত উঠি ওলাই গল। য়াকোব খোৰা হোৱাৰ নিমিত্তে তেঁৱে ৰথত উঠিল, কিন্তু ভায়েকবিলাকে হলে খোঁজ কাঢ়ি জাব পাৰিচিল আৰু সিবিলাকৰ বস্তু, গৰু, মেৰ, গাধ এই আটাইকে সিবিলাকে ললে। সিবিলাকে জাত্ৰা কৰিবলৈ বৰ দূৰৈ বাট আচিল। সৰু লৰা চোৱালিবিলাকে জাত্ৰা কৰিবলৈ নিৰ্ভয়ে বৰ মনেৰে ভাল পাইচিলে। সেসত সিবিলাক সকলোএ নিৰ্ব্বিঘিনিএ মিচৰ দেস পালেগৈ।

সিবিলাকে য়োচেফৰ ঘৰ পোৱাৰ বহু বাট থাকি সিবিলাকৰ ফাললৈ অহা সুন্দৰ ৰথ এখান দেখিলে। সেয়েই য়োচেফৰ ৰথ। পাচে তেঁও নামি ওলাল; তাতে বুৰা য়াকোবে ৰথ ৰখাই ওলাল। তেঁওৰ চুলি পকা, আৰু তেজ নিৰ্বলি হোৱাৰ কাৰণে খোঁজ

কাঢ়িবলৈ বুলাথ্য। য়োচেফ হলে উত্তম আৰু ঐশ্বৰ্য্যৰ অধিকাৰ এজন আছিল। তেঁও লৰি গৈ পিত্ৰিয়েকে সৈতে দেখা দেখি হৈ, ডিঙিত ধৰি অনেক বেলি কান্দিলে।

নৰা কালত যেতিয়া তেঁও সুন্দৰ নানা ৰবনিয়া চোলা পিন্ধি, তেঁওৰ ভায়েকবিলাকৰ মঙ্গল চাবলৈ গৈছিল, তেতিয়াৰে পৰা ইমান দিনৰ মূৰত তেঁও সেই পিত্ৰিএকক চুমা দিবলৈ নে পালে। য়াকোবে তেঁওৰ বিসয়ে ভাবি থাকোঁতে কিমান নিৰানন্দ দিন নিয়ালে, কিন্তু এতিয়া সেসত আকও তেঁওক পালে।

যেতিয়া য়াকোবে আৰু য়োচেফে আলিঙ্গন কৰিলে, তেতিয়া হলে ভায়েকবিলাকে তেঁওলৈ হিংসা কৰপে ভৰা নাই।

তেতিয়া বুঢ়া য়াকোবে কলে, হে মোৰ পুত্ৰ য়োচেফ, মই তোমাৰ মুখ দেখিলোঁ, এতিয়া মোৰ মৰন হওক।

পাচে য়োচেফে আপোনাৰ বাপেকক আৰু ভায়েকইতক কলে, বোলে, তোমোলাক আছিচা বুলি ফাৰৌ ৰজাত বাত্ৰা জনাওগৈ। তাতে য়োচফে গৈ ফাৰৌ ৰজাত বাত্ৰা জনাই কলে, মোৰ বোপাই আৰু ভাইইত আৰু জাকবিলাকো সিইতৰ জি জি আচে সেই আটায়ে সৈতে আহিল। তাৰ পাচে তেঁও, তেঁওৰ পাঁচ জন ভায়েকক আনি ফাৰৌ ৰজাক দেখালেহি; তেতিয়া ফাৰৌ ৰজাই সিবিলাকত সুধিলে, বোলে, তোমোলাকৰ বিৰ্ত্তি কি?

সিবিলাকে কলে, আমি গুআল, কিন্তু কিনানত আমাৰ জাক চৰাবৰ নিমিত্তে ঠাঁই নাই। আমাৰ জাকবিলাক জত চৰাব পাৰিম, এনে এখান পথাৰ আপুনি আমাক দিব নে!

ফাৰৌ ৰজাই সিবিলাকক অনেক পথাৰ দিম বুলি কলে, জতে সিবিলাকে একে লগে সিবিলাকৰ সন্তি সন্তুতি আৰু পহু জাকে সৈতে থাকিব।

এই হেতুকে য়োচেফে সিবিলাকে আটাইকে একে লগে থাকিবলৈ দিছিল, কিয়নো মিচৰিয়া লোক সকল দেও পুজক।

য়োচেফ তেঁওৰ প্ৰিয় বুঢ়া পিত্ৰিকো আনি ৰজাক দেখালেহি। তেঁও অতিসই বুঢ়া দেখি ৰজাই তেঁওক সমাদৰ কৰিলে। ৰজাবিলাকেও বুঢ়া মনুহবিলাকক সমাদৰ কৰিবৰ উচিত।

সৰাবিলাকে বুঢ়া মানুহক সমাদৰ কৰিবৰ উচিত ন হই নে! যেতিয়া সিবিলাকে বুঢ়া মানুহ দেখে, তেতিয়া সিবিলাকে জি কৰিব দিএ তাকে কৰিবৰ নিমিত্তে জুগুত হৈ থাকিব পাই। বুঢ়া য়াকোবে ফাৰৌ ৰজাৰ ওপৰে হাত দি, তেঁওলৈ দায়া দেখাবৰ নিমিত্তে ইশ্বৰক নিবেদন কৰিলে। ইয়াকে তেঁওক আসিৰ্বাদ কৰা বোলে। ফাৰৌ ৰজাই য়োচেফলৈ দায়ালু হোআৰ নিমিত্তে য়াকোবে তেঁওক আসিৰ্বাদ কৰিলে। য়াকোবে ফাৰৌক অতি প্ৰেম কৰা উচিত হই।

ফাৰৌএ য়াকোৱক সুধিলে, বোলে, তোমাৰ বয়স কিমান হৈছে? য়াকোবে কলে, মই এস ত্ৰিচ বচৰ বয়সিয়া, কিন্তু মই মোৰ ওপৰ পিত্ৰিবিলাকৰ সমান বয়সিয়া ন হঁও, আৰু মোৰ আয়ুসৰ বচৰ দুখেৰে পূৰ হৈছে।

তেতিয়া য়াকোবে ফাৰৌক আকও আসিৰ্বাদ দি তেঁওক দিয়া ঠাইতে বসতি কৰিবলৈ গল। তাতে তেঁওৰ আটা সন্তুতিবিলাকে সৈতে থাকিলগৈ। য়োচেফ তঁয়ে সৈতে নে থাকে, কিন্তু সদাই তেঁওক চাবলৈ জাই।

তাৰ পাচে য়াকোবে আপোনাৰ মৰনৰ দিন ওচৰ চাপিল বুলি জানি, তেঁও জেন তেঁওৰ পুত্ৰবিলাকক আসিৰ্বাদ দিব পাৰে, এই নিমিত্তে সিবিলাকক মাতি পঠালে। য়াকোৱ অনেক দিনৰে পৰা খোৰা, আৰু দ্ৰিষ্টিহিন, আৰু এতিয়া নৰিয়া আছিল।

পাচে পুত্ৰবিলাক আহিলত, তেঁও সজ্জাৰ ওপৰতে ৰহি সিবিলাকৰ নাম ধৰি মাতি প্ৰত্যেক জনকে আসিৰ্বাদ কৰিলে। তেঁও সিবিলাকক আসিৰ্বাদ দিয়াৰ পাচে কলে, জতে মোৰ পিত্ৰি আব্ৰাহাম আৰু ইচাকৰ মৈদাম বান্ধিলে, সেই কিনানতে মোৰো মৈদাম কৰিবা। তেঁও অনেক কথা কৈ পাচে প্ৰান চাৰিলে; তেঁওৰ আত্মা ইশ্বৰলৈ গল, আৰু এতি-

য়াও তেঁওৰ লগত স্বৰ্গত আছে । তেঁওৰ মৰিল দেহৰ দিনত মৈদামৰ পৰা উঠিব ।

য়োচেফে আপোনাৰ পিতৃৰ মৃত্যু হোৱা দেখি, তেঁওৰ ওপৰত পৰি চুমা দি ক্ৰন্দন কৰিলে । য়াকোবৰ পকা চুলি লোকেৰে মৈদামলৈ নিয়া ন হল, কিয়নো মৰাৰ আগেয়ে ইশ্বৰে তেঁওক সান্ত্বনা কৰালে ।

য়োচেফে সৈতে তেঁওৰ ভায়েকবিলাক, অনেক চাকৰ, ঘোঁৰা ৰথে সৈতে কিনান দেশলৈ য়াকোবৰ মৰা শ লৈ গৈ, যি গহ্বৰত আব্ৰাহাম আৰু ইচাকৰ মৈদাম আছিল, তাতে তেঁওৰো মৈদাম দি মিচৰ দেশলৈ উলটি আহিল ।

কিন্তু পাচে য়োচেফৰ ভায়েকবিলাকৰ মনত ভই লোমাই ইটো সিটো কলে, কি জানি য়োচেফে বুঢ়া পিতৃক সন্তোষ কৰাৰৰ নিমিত্তেহে আমালৈ ইমান দায়া কৰিলে; কি জানি স্বৰূপকৈ আমাক খেমা কৰা নাই; আৰু এতিয়া পিতৃ মৰিলত আমাক শাস্তি দিব । এই হেতুকে সিবিলাকে এজনৰ দোৱাৰাই য়োচেফক কোৱালে, বোলে, তোমাৰ পিতৃ মৰাৰ আগেয়ে আমাৰ মহা অধৰম কৰমৰ কাৰনে তোমাৰ খেমা মাগিবলৈ আগ্যা দিলে, এই নিমিত্তে আমাক খেমা কৰা ।

য়োচেফৰ এনে নিৰ্দয়া স্বভাও থাকিব পাৰে বুলি তেঁওৰ ভায়েকবিলাকে যে ভাবিব পাৰিলে, এনে বাক্য শুনাত য়োচেফে কান্দিবলৈ ধৰিলে; পাচে ভায়েকবিলাক আহি অতি ভয়াতুৰ হৈ তেঁওৰ চৰনত পৰিলহি । কিন্তু য়োচেফে কলে, ভই ন কৰিবা; মোক বেচাত তোমোলাকৰ অধৰম হল হই, কিন্তু তাৰ দোৱাৰাই ইশ্বৰে মঙ্গলহে কৰালে, কিয়নো মই মিচৰ দেশৰ মহ গোটালতে তোমোলাকে ভোকত ন মৰি ৰখা পালা । তোমোলাকক আৰু তোমোলাকৰ সন্তানক মই পালন কৰি থাকিম । এই ৰূপে নিঃকলৈ অতি প্ৰেমৰ কথাকৈ সিবিলাকক সান্ত্বনা কৰিলে, ।

য়োচেফ অতি বয়সিয়া হৈ মৰিল । তেঁওৰ বৃত্তান্ত ইমানতে ওৰ পৰিল । তেঁৱে এতিয়া প্ৰিয় ত্ৰান কৰ্ত্তাৰ লগত স্বৰ্গত বিৰাজ কৰিছে । য়োচেফে আপোনাৰ ভায়েকবিলাকক খেমিলে, আৰু খ্ৰিষ্টে তেঁওৰো পাপ খেমা কৰিলে, কিয়নো য়োচেফৰ পাপৰ কথা শাস্ত্ৰত নি লিখা হলেও, তথাপি তেঁওৰ পাপ আছিল ।

আব্ৰাহাম, ইচাক আৰু য়াকোব, এই তিনি জনৰ বৃত্তান্ত এতিয়া শুনিলা । আব্ৰাহাম পিতামহ, ইচাক পিতৃ, আৰু য়াকোব পুত্ৰ আছিল । এই তিনিজো ইশ্বৰে প্ৰেম কৰিলে, আৰু সিবিলাকৰ সন্তান সন্ততিলৈ কিনান দেশ দিবলৈ প্ৰতিগ্যা কৰিছিলে, আৰু সেই প্ৰতিগ্যা তেঁও নে পাহৰিব । কিন্তু তাতকৈ এটা উত্তম প্ৰতিগ্যা, অৰ্থাত কোনো এক কালত প্ৰভু যিচু খ্ৰিষ্টে মৰ্ত্ত্য ধামত জনম ধৰি সিবিলাকৰ পাপৰ পৰা উধাৰ কৰিব, এনে প্ৰতিগ্যা দিয়া হল । আব্ৰাহাম, ইচাক, আৰু য়াকোবে সেই মহা প্ৰতিগ্যা সুঁৱৰি থাকিল; আৰু পাচে সেই মতে খ্ৰিষ্ট আহিছিল । এতিয়া হলে আব্ৰাহাম, ইচাক, য়াকোব, আৰু হাবেল, নোআহ, য়োচেফ আদি যি সকলো সাধু লোকৰ পাপ খ্ৰিষ্টে খেমা কৰিলে, সিবিলাকৰ লগতে তেঁও স্বৰ্গত আছে ।

হে মোৰ প্ৰিয় লৰা সকল, তোমোলাকে তেন সিবিলাকৰ সুখৰ ভাগি হোৱা, এয়ে মোৰ বাঞ্চা । ক

## উপকাৰি পৰামৰ্স ।

Useful Maxims.

কেতিয়াও অসত্য ন কৰা । যেতিয়া তুমি কোনো কথা বৰ্নিনা কৰিব খোজা, তেতিয়া যেনে দেখিলা শুনিলা, তেনেকৈ স্বৰূপে কৰা ।

কথা ভাল শুনিবৰ নিমিত্তে তুমি বেলেগকৈ নতুন ৰকৈ ৰচনা ন কৰিবা । যদি তুমি কথাৰ কোনো ভোখৰ পাহৰা, তেন্তে পাহৰিলো বুলি কৰা ।

অঙ্গিকাৰ কৰাৰ পূৰ্বেই ভালকৈ বিবেচনা কৰিবা । যদি তুমি কোনো কাম কৰিম বুলি কোৱা, পাচে তাক ন কৰা, তেতিয়া মিচা কোৱা হবা; আৰু পাচে কোনে তোমাক বিশ্বাস কৰিব?

আপোনাৰ অধিকাৰৰ বস্তু, আৰু সঁচা কথা কোৱা মানুহ বিনে, আন কৌবে বিশ্বাস ন কৰে।

তুমি জনিয়াই খাইবা: অসাবধানে কৰম কৰাত যদি তাৰ কাৰনে শাস্তিও পোৱা, তেও তুমি সেই দোস গাত ন লৈ নে থাকিবা।

যদি তুমি কোনো কৰম কৰাৰ নিমিত্তে খেদিত হোৱা, তেন্তে আগলৈ তেনে কৰম আৰু ন কৰিবলৈ কাৰ্বাৰ ন কৰিলে, মানুহবিলাকে তোমাৰ ওপৰত বৰ ক্ৰোধযুক্ত হব, খাইবা শাস্তি দিব।

সত্য কলে লোকবিলাকে তোমাক প্ৰেম কৰিব। আপোন দোস লুকাবলৈ আৰু শাস্তিৰ পৰা ৰখ্যা পাবলৈকো মিচা কব নে পাই, তেন্তে জি কথা কোৱা তাক সদাই ঠেঁওবিলাকে সত্য গিয়ান কৰিব। স. স. ৰ.

---

## বিবেচনাৰ গুন।

Reflection.—An Acrostic.

পদ।

সি মা সংখ্যা নাই বিবেচনা গুন জত
ব দালি ইংৰাজি হই আহাত্তে পাৰ্গত।
সা গৰ সন্ধাস কৰ্ম কৰিছে সকলে,
গ ননা কৰিব কোনে তাক অবিকলে।
ৰ চনা কৰিবো কত বিবেচনাৰ খ্যাতি,
নি জ বুধি মত্তে ভাবি চাওক মহা মতি
বা ঢ়ে বুধি আৰ মহা প্ৰভাৱৰ গুনে
সি সু গন বাঢ়ি জাই জেন দিনে দিনে।
শ্ৰী, জস, ধন জন, সুখ সংসাৰত
পু ৰ্বে ন হৈ আছে, কিয় ন হই সাম্প্ৰত
ৰ হ মনে থাকিবাৰ কি হই উপাই,
না মা ন দুৰ্গতি কিয় দু গুচে সদাই।
ন ৰক জাতনা সাৰিবৰ কি উপাই,
ন জানিয়া জিভো জনে সুইয়া থাকই।
দ ণ্ডেক ভিতৰে সত বাৰ জগাৱই,
স কল দুৰ্গুন মন হৈত্তে গুচাৱই।
ৰ হস্যতে হই বিদ্যা আছে জত মান,
মা চ হই পানি হৈতে জেন নানা ধান,
ম থিলৈ গাখিৰ জেন হোৱই মাখন,
হো ৱই হেমত ৰূপে বুধিৰ সাধন।
বি দিয়ালে আৰ্ত্ত হই, জেন মিত্ৰ গন
খ খ্যা কৰিবাৰ আসে বিজ্ঞ বন্ধুগন।
ক্তি ভাৱলি কৰি সেই ৰূপে বিদ্যা জত,
মি লে আসি নিত্ত্যে বিবেচনাৰ সগত।
ব আলোচো মই মুৰ্খ অধিক ৰচনা,
ন খ্য সখ্য সুখ মুল হই বিবেচনা।
ক বৰ ভলিয়া ৰজা জেন থাকে তলে
উ দ্ধত ন হই তত ইন্দ্ৰিয় সকলে।
ৰ খ্যা জদি ন কৰা মনত বিবেচনা,
টি ন ৰল হব মন সদা কুমন্ত্ৰনা।
☞ এই পদাৰ সকলো সাৰিৰ প্ৰথম প্ৰথম আখৰ পঢ়িলেই ৰচনা কৰাৰ নাম ওলাব।

## সংসাৰৰ মায়াৰ বজাৰ।

Vanity Fair.

ইশ্বৰৰ সত্য সেৱকবিলাক জাত্ৰিক লোকৰ নিচিনা, কিয়নো এই প্ৰিথিবিত সিবিলাকে চিৰথায়ি ন হই। জেনেকৈ কোনো জাত্ৰিকে বাটত জাঁওতে জাঁওতে অনেক ঘৰ দেখি, এইটো বা সৌটো মোৰ ঘৰ বুলি সি কব নোৱাৰে, সেই ৰূপে ইশ্বৰৰ সেৱকবিলাকেও এই জগতে দি জাত্ৰা কৰোঁতে সংসাৰিক বস্তুৱে আপোনাৰ মনক ভুল ন কৰাই। তেনে হলে ইশ্বৰে এই জগতে দি চিওনলৈ অৰ্থাত স্বৰগলৈ জাবৰ নিমিত্তে আগৰে পৰা জি এক বাট জুগুত কৰি ৰাখিছে, সেই বাটে দি সকলো খ্ৰিষ্টৰ সেৱক জাব লগা হৈছে। এই হেতুকে এই প্ৰিথিবি এক মায়াৰ বজাৰৰ নিচিনা; আৰু এই বজাৰৰ মাজে দি চিওনলৈ জাব লাগিব। এই হেতুকে প্ৰিয় ভাইবিলাক, সাৱধান হোৱা, জানো পাচে এই মায়াৰ বজাৰৰ নানা প্ৰকাৰ বস্তু দেখি ভুলি জোৱা! কিয়নো অনেক লোকবিলাকে আহি এই মায়াৰ বজাৰতে ভুলি ৰলহি, আৰু সিইতে চিওনলৈ জাত্ৰা কৰিবলৈ পাহৰিলে।

এই বজাৰতে অনেক অনেক প্ৰকাৰ উত্তম আৰু সুন্দৰ সংসাৰিৰ বস্তু আছে, তাক দেখিলে একে বাৰে মন হৰন কৰে; এই হেতুকে জি জি

বিধৰ বস্তু আছে তাৰে অলপ মান কওঁ । প্ৰথমতে ইঁহঁতক পাহৰা, আৰু মাৰ মৰ্যতা, দেও পূজক, অহঙ্কাৰ, অসুয়া, বিভিচাৰ, আৰু আন অনেক প্ৰকাৰ বস্তু আছে, মই তাক কিমান কম ? এই সকলোত অনেকৰ মন ভুলাই ৰাখিচে; আৰু এই বজাৰতে প্ৰধান দুষ্ট অধিকাৰ চইতান নামে আছে । সি অনেক অনেক প্ৰকাৰ সুন্দৰ বস্তু দেখাই, চিওনলৈ জোৱা যাত্ৰিকবিলাকক ভুলাই ৰাখে । যদি পাচে কোনো মানুহ তাৰ এনে পৰিধা ফান্দতো ভাগৰি ভুল নে জাই, তেনে হলে অনেক ৰূপে দুখ দাইবা আপদ কৰাই; তথাপি যদি ভুলাব নোৱাৰে পাচে এৰি দিএ, কিন্তু জিবিলাকে তাৰ ফান্দত পৰে সিইঁতক নৰকত পেলাই প্ৰান নষ্ট কৰে । বিবেচনা কৰি দেখা, সি কিমান কোটি কোটি মানুহক তাৰ ফান্দত পেলাই পৰিত্ৰান হেৰুআইচে; সিইঁতক চিওন অৰ্থাত স্বৰগৰ বাট দেখাই দিলেও জাবৰ ইচ্চা ন কৰে, কিয়নো সেই ফান্দেই বিহৰ নিচিনা অনেকে গ্ৰাহ কৰে, আৰু কৰি আছে, এয়ে বৰ দুখৰ কাৰন হই । কিন্তু ভাইবিলাক মই মিনতি কৰি কৈচোঁ, সেই মায়াৰ বজাৰৰ কোনো বস্তু মনতে ভাল পাই নি কিনিবা । সাৱধান হোৱা, যদি কিনিবা, আপোনাকে বিধিনি কৰাবা; আৰু চিওনৰ মহা ৰজাৰ প্ৰিয় হবৰ পাত্ৰ ন হবা; কিয়নো জিবিলাকে সেই বস্তুবিলাক কিনে, সিইঁতে তেঁওৰ ইহকালত আৰু পৰকালতো ঘিন লগিয়া পাত্ৰ হব । তেনে হলে হে চিওনৰ বাটত জোৱা ভাইবিলাক, অনেক প্ৰকাৰ আপদ বিপদ, দুখ ভোগ, সহন কৰি চিওনলৈ জাব লাগে, কিয়নো অনেকে এই বাটত জাবলৈ ধৰে, কিন্তু কিচু দুৰ গলেই দুখ পালে আৰুও উভতি আহে; ইয়াৰ কাৰন কি ? তাক আমি বিবেচনা কৰা অতি অৱস্যক ।

দেখা, সেই মায়াৰ বজাৰৰ জি দুষ্ট অধিকাৰ, তাৰ অনেক সৈন্যবিলাক আছে, সিইঁতে বাটৰ অনেক অনেক ঠাইত খাপ দি থাকে, পাচে যাত্ৰিকবিলাকক জি ঠাইত জাবে সৈতে দেখা দেখি হই, সেই ঠাইতে বিহৰ নিচিন, অনেক অনেক উত্তম বস্তু দেখাই এনে মহা ভুলতে ভুলাই পেলাই, সেই যাত্ৰিকবিলাকৰ নিয়মিত বাটৰ পৰা লাহে লাহে একেবাৰে অনুচিত বাটলৈ নিএ । জেতিয়া সিইঁতে অনুচিত বাটতে পৰিল, তেতিয়া সিইঁতে জানে ফিৰেে এতিয়া সিইঁত আমাৰ লোক হৈচে; আৰু তাতে সিইঁতৰ আনন্দ অপাৰ হই ।

এই হেতুকে সেই ধৰম পাই অধম ন কৰাবিলাকলৈ চিওনৰ মহা ৰজাই সন্তুষ্ট ন হই, কিয়নো তেঁও পাপক ঘিন কৰে, আৰু পাপি লোকক সাস্তি দিএ, এই কথা সাস্ত্ৰত আমি দেখিব পাৰোঁ । এই হেতুকে ইয়াতে আমি সকলোএ বিবেচনা কৰি ভয়েৰে সাৱধানে চলোঁইক, জানো পাচে সাস্তিতে পৰিব লাগিব, আৰু তেঁও জিহকে প্ৰেম ন কৰে, এনে বস্তুলৈ আমিও জেন কেতিয়াও মনেৰে প্ৰেম ন কৰিম ।

কিয়নো সেই মায়াৰ বজাৰৰ দুষ্ট অধিকাৰ কেৱল দুই এক জনক ভুলাইচে এনে ন হই, প্ৰাই সকলো জগতকেই দুষ্ট কৰিবলৈ ধৰিলে, অৰ্থাত সৰ্বনাসৰ বাটে সি নিচে । আৰু জিবিলাকক নিচে, সিবিলাক অভাগা; কিয়নো "হাই, হাই, বিপথে জোৱাবিলাক, তোমোলাকৰ পথত কাঁইট আৰু ফান্দ," এই কথা সাস্ত্ৰত চাই দেখিচোঁ । ঘি.

---

## সুৰ সিকা এটা পাৰ চৰাইৰ কথা ।

A singing Pigeon.

বেৰতনি নামেৰে জনস্যা পোৱা এজন চাহাবে বেনিচ নগৰত থাকোঁতে এটা পাৰ চৰাই পুহি আপোনাৰ লগৰিয়াকৈ ললে, আৰু আপুনি চৰাইক বৰ ভাল পোৱাৰ হেতুকে তাক অতি প্ৰেম কৰিচিল । সেই চৰাই তাৰ গৰাকিৰ ওচৰত থকাত তেঁৱে গোৱা গাটাই সুৰ জানিচিল । সি এই সুৰবিলাক নগই আওৰাই থকাত বৰ বস পাই বুলি তাক দেখা সকলো নিসন্দেহে জানিলে । অ.ম. ৰ.





## হাঁতি আৰু সিয়ালৰ দ্রিষ্টান্ত।

The Elephant and Fox.

গিয়ানৰ কথা বাৰ্ত্তাৰ দোআৰাই, জিহে সভ্যক মাথোন সিকাই, আৰু সজ গুন আমাৰ ভিতৰত উদগাই সুমাই দিএ, এনে লাভ দায়ক কথা সুনাওতকৈ, ৰধ কৰা চলবাদি, ফান্দ, বা আনক নিন্দা কৰা ইতিহাস, বা সাধু কথা সুনিবলৈ অধিক লোকে ৰঙ্গ পোআৰ হেতুকে এনে কথাহে বিচাৰে। ইয়াকে উত্তম ৰূপে দেখাবৰ নিমিত্তে, হাঁতি আৰু সিয়ালৰ দ্রিষ্টান্ত কথাৰে তলত লিখোঁ।

এই দুই জন্তুৰ মাজত কোনটো কথকি হৈ লোকক আপোনাৰ ফলিয়া কৰি অধিককৈ চলাব পাৰে, ইয়াকে সিইঁত দুয়ো বাদ বিচাৰ কৰি ঠাৱৰ কৰিব নোআৰি, আন জন্তু সকল চপাই এক সভা থাপনা কৰিবলৈ মন থিৰ কৰিলে; তাতে সিবিলাকে এই কথাত জি থিৰ কৰে, সেয়ে হব। পাচে জন্তু সকলক নিমন্ত্রন কৰিলত, জেতিয়া বাঘ, ভালুক, সিংহ, মহ, ঘোঁৰা, কুকুৰ, চাগলি, আৰু অন আন সকলো চাৰি ভৰিয়া জন্তু আপোন আপোন ঠাইতে বহিল। জেতিয়া হাঁতিএ প্রথমে ভাৱ কথা কবলৈ ধৰিলে বোলে, সত নিয়াই, আৰু দায়া, কেনে উত্তম আৰু সুন্দৰ! এই সকলোকে বাখি আচৰিলে কেনে সুখ হব পাৰে! কিন্তু মিচা কথা, চল বাদি, আপোন পেটা, আৰু নির্দয়া কিমান বেয়া আৰু কুতি! দেখিবলৈ কেৱল সাস্তিৰ জোগ্য ন হই; এই ৰূপে হাঁতিএ বহু কথা কোআত, গোটা চাৰেক গিয়ানি জন্তুএ মাথোন এইবিলাক মন দি সুনি ভাল বুলিলে, কিন্তু বাঘ, ভালুক, কেটেলা পহু, আদি আনেক ভাগ সভাৰ জন্তু সকলে ইয়াক ভাল নে পাই কলে, এইবিলাক মুখ আৰু ... কথা, একো কামৰ ন হই।

কিন্তু জেতিয়া সিয়ালে তাৰ চল বাগিবে হাঁহ, কুকুৰা, চুৰ কৰি খোআত কি ৰূপেৰে ফুৰে, ইয়াকে কবলৈ ধৰিলে, তেতিয়া এই সভাসদ জন্তু সকলে একে বেলিএ কান খিয় কৰি বহসা মনেৰে সুনিব ধৰিলে। আৰু সি কি প্রকাৰেৰে বাজ হাঁহ, পাতি হাঁহ, কুকুৰা, বাতিতে গঁৱালৰ পৰা লোকে গম নো পোআকৈ চুৰ কৰি লৈ জাই, এইবিলাক কথা কোআতে সিইঁতে বৰ ৰঙ্গ পাই তাত সন্তোস হল।

পাচে এই দৰে সিয়ালে অনেক কথা কৈ, হাঁতি আৰু আন জিবিলাকে নিয়াই, সত্য, দয়া আদি প্রেম কৰে, সিবিলাকক নিন্দা কৰি, সভাসদ লোক সকলক আপোনাৰ দৰে চুৰ ঠকা দিয়াকে আচৰি থাকিবলৈ মিনতি কৰি, তাৰ কথা এটালত, সকলোএ তাক বৰ সবদৰে সলাগিলে। পাচে সিয়ালৰ ফালে অধিক ভাগ হোআত সি জিকিল, কিন্তু হাঁতিৰ ফালে তাকৰ হোআত সি হাৰিল।

এই সভা ভাগি জোআৰ কিচু দিনৰ পাচে এদিনা হাঁতিএ গচৰ ডাল পাত খাই চৰি থকাতে, কিচু দুৰ হাৰিত বৰ দুখ পোআকৈ কনিৰ সবদ সুনি, খেদি গৈ চাই দেখে, জে সিয়াল কটকিএ ফান্দত পৰি পাচ ভৰি দুটা ভাগি পৰি আছে।

তেতিয়া সিয়ালে বৰ বেদনা পাই থকাতো তাৰ চোকা মুখেৰে কবলৈ ধৰিলে, বোলে, এতিয়া তুমি মোৰ আপদৰ কালত মোক হাৰিবলৈ আহিচা নে? হাঁতিএ উত্তৰ দিলে, ন হই, মই তোমাৰ দুখ গুচাব পৰা হলে গুচালোঁহেতেন; কিন্তু তোমাৰ ভৰি ভগাত, মৰনৰ বাহিৰে তোমাৰ দুখ গুচুআ আন একো উপাই নাই।

সিয়ালে অসন্তোস মনেৰে উত্তৰ দিলে, বোলে, হই, মই জি স্বভাও আচৰনত, ভৰ দি দিন নিয়ালোঁ, সেয়ে বেয়া বুলি মই এতিয়া লৈ কাহিঁচোঁ। জ. ট.



## বিদ্যা সিকাৰ নিবেদন।

A Plea for Education.

অচম দেসৰ প্ৰানি আছে জত জত,
কৰোঁ মই গোচৰ সবাৰ চৰনত;
গ্যানি সাধু ব্ৰাহ্মনক নমস্কাৰ মোৰ,
মধ্যম জনক লাগি কৰোঁ হাত জোৰ।
ইতৰ জনক মই বোলোঁ প্ৰিয় বানি,
নিন্দা ন কৰিবা মোক অল্প মতি জানি;
নাহিকে গিয়ান মোৰ অল্প মতি নৰ
ক্ৰিতাঞ্জলি কৰি কহোঁ সবাৰো গোচৰ।
সবে মন দিয়া সুনা, মোৰ নিবেদন,
ৰচিৰ খুজিলোঁ এক কথা বিচখ্যন:
দেখিয়োক বন্ধুগন, কিনো বিপৰিত
বিদ্যা নি সিকিলে হই সবেও দুখিত।
বিদ্যাহে পৰম ধন, বিদ্যা বন্ধু জন,
বিদ্যাহে সবাৰো হই কৰ্নৰ ভুসন;
স্বদেসে বিদেসে বিদ্যা মাত্ৰি তুল্য হন,
বিদেসে গলেও পাই বহুত সম্মান।
বিদ্যা জানিলেহে হই সবাতো উত্তম,
বিদ্যা নে জানিলে হই উতমো নৰম;
আৰু দেখা বন্ধুগন, মহত্ত বিদ্যাৰ,
তাহাক জানিলে প্ৰিয় হোৱন্ত ৰজাৰ।
ৰজাও কৰই স্নেহ দেখা কেন মতে,
কোনো কোনো কৰ্ম দেন্ত তাহাৰ হাতত্তে;
এই হেতু বিদ্যাত দিয়োক বন্ধু মতি
বিদ্যা ন জনা মুৰ্খৰ সুনা কেনে গতি।

"শক্যো ৰাৰয়িতুং জলেন হুতভুক চত্ৰেন ৰ্যাতপৌ।
নাগেন্দ্ৰো নিশিতাঙ্কুসেন সমদো দণ্ডেন গো গৰ্দভৌ॥
ব্যাধিৰ্ভেসজ সংগ্ৰহৈশ্চ বিবিধৈৰ্মন্ত্ৰ প্ৰয়োগৈৰ্বিষং।
সৰ্বস্যৌষধমস্তি সাস্ত্ৰ বিহিতং মুৰ্খস্য নাস্ত্যৌষধং"॥
ভৰ্ত্ৰিহৰো ৰাজ নিতি সতকে॥

"জলেৰে নুমাৱ পাৰে জানাহা অগ্নিক,
ছাপিৰে বাধিতে পাৰে ৰদ ও ব্ৰিষ্টিক;
অঙ্কুসে [illegible] দেখা হস্তিও ৰহই,
দণ্ডাঘা[illegible] [illegible]বলে গো গৰ্দভো বস হই।
অনেক [illegible]ৰে আছে ঔসধ ৰোগৰ,
দুষ্টিকো বাধিতে পাৰে মন্ত্ৰ সত্তৰ;
এহি মতে সকলোৰে আচন্ত বিহিত
উপাই নাহিকে কোনো মুৰ্খক বাধিত।"

বিদ্যাত দিয়োক মন জানি বন্ধুগন,
বিদ্যা নে জানিলে পাতে গাধতোকৈ হিন;
এহি গুনি বিদ্যাত দিয়োক বন্ধু মতি,
আৰু সুনা দেসি গন, অগ্যানিৰ ভুতি।
আমাৰ দেসত পুৰ্বে বিদ্যা নাচিলন্ত,
সেহিসে কাৰান জানা হিংসাক কৰন্ত
কেহো জনে বোলে, নাহিকই মোৰ সম,
এহি বুলি সকলোকে পাতে নৰাধম।
নাহিকে বিদ্যাত বোধ, নে জানে সাস্ত্ৰক,
দু সুনে সন্তৰ কথা, বোলে নিন্দা নাক;
ই জনে সি জন মাৰে, কৰি গৰ্ব মন,
এহি মতে কৰিলন্ত দেসক উচন।
আৰে দেখা, সৰ্ব লোক গতি ইংৰাজৰ,
নাহিকে মনত গৰ্ব, নাহি অহঙ্কাৰ;
অনেক বিদ্যাক জানে অতি বিতোপন
ধন হলে কাকো ন কৰই নিচ গ্যান।
দেসৰ কুসল চিন্তে ইংৰাজ মহা ৰজা
কেন মতে ভালে থাকিবন্ত সৰ্ব প্ৰজা,
এহি বুলি মনে কৰে পৰম জতন,
সকলোকে কৰে দেখা দায়াৰে পালন।
এনে উপকাৰি ৰজা ন হৈবন্ত আৰ
এতিয়া নি সিকে বিদ্যা সেহিসে পামৰ;
আপোন চকুএ দেখা ইংৰাজৰ দায়া
অনেক জিলাত থৈছে ইস্কুল পাতিয়া।
অনেক পণ্ডিত পাতি ৰাখিছে তাহাত
জোগ্য অনুসাৰে ধন দিৰন্ত মাহত;
হেনই প্ৰকাৰে ৰই কৰি আছে ধন,
এহি সব উপকাৰ আমাৰ কাৰন।
তাহাতে পৰ্হিতে পাৰে অনেক বালকে
তথাপি নি সিকে তাত জানা কোনো লোকে;
জদি কোনো লৰা জাই পৰ্হিবাক মন

ইস্কুল ভিতৰে কৰে কথোপকথন।
তাক দেখি অধ্যাপকে মাৰে কোৰ এক,
তাৰ পাচে কদাপি নে জাই পৰ্হিবাক।
মাত্ৰি পিত্ৰি সবে তাক তাৰনা ন কৰে,
কিন্তু, বোলে, ন পৰ্হিবা এনুআ দুখেৰে।
এহি বুলি পিত্ৰি মাত্ৰি লৰাক দিএ আস
লৰাৰ মনত পাচে নে বাৰ্হিন্ত সাস,
এহি মতে কোনো জনে বিদ্যাক এৰন্ত,
তাৰ পাচে মনে দুষ্ট মতিক ধৰন্ত।
কিন্তু জিবিলাকে লৰা তাৰনা কৰিব,
নিচয়ে জানিবা সিতো বিদ্যাক জানিব;
নানা উপকাৰ হই ন কৰে বিচাৰ,
মনুস্যৰ এই অতি অধম আচাৰ।
আৰু সুনা বন্ধুগন, মোহোৰ বচন,
নেৰিবা বিদ্যাক, দ্রিঢ কৰি দিয়া মন।
বিদ্যা হেতু পাইবন্ত ভাল জস নাম,
বিদ্যাক জানিলে সবে বোলে নৰোত্তম।
এহি কালে বিদ্যাহে সকলো ধন সোন,
নে জানিলে একো বিদ্যা হই দিক সুন্য।
গ্যান হৈলে মনুস্যৰ ন হব দুৰ্গতি,
ক্রমে ক্রমে তাৰ জানা বাৰ্হিব সুমতি।
গ্যান জেৰে হব তাৰ বাৰ্হিবগৈ আসা
সবেও তাহাক জানা কৰিব প্রসংসা;
হে প্রিয় লোক, সবে কৰিও জতন,
পলম ন কৰি বন্ধু, তাতে দিয়া মন।
মোহোৰ বচন সুনি, থিৰ কৰা মতি,
দেসৰ কুসল চিন্তি বৰ্হোআ উনতি;
উত্তম পুথিক কৰা আপোন ভাসাতে
গ্যান লভিবন্ত লোকে তাহাক পৰ্হিতে।
ইংৰাজি ভাসাতে জত কিতাপ আচই,
অচম দেসৰ লোকে তাক ন জানই।
দেসৰ মধ্যত আচা ফুকন বৰুআ,
আপোন দেসক সবে কুসল কৰোআ।
জেন মতে অগনি তুলাত লাগি জান্ত,
সেহি মতে লোক সব হব গিয়ানবন্ত;
এহি মতে ভদ্র লোকে কৰা হিত কাম,
তেহে থাকিবন্ত আপোনাৰ জস নাম।
ঘৰৰ ভিতৰে ধন বান্ধি ন থৈৰাহা,
কি কাৰনে লাগে ধন, তাহাক জানাহা,
অল্প দিন ভোগ হেতু তাৰ প্রয়োজন,
মিত্যু হলে কাৰো সঙ্গে নাহি জাৰ ধন।
বিচাৰ কৰিয়া দেখা সৰ্ব্ব নৰ গন,
জত ধন আচে মানে সবে অকাৰন;
সভ্যতা বাৰ্হিব লাগে আপোনা সবৰ,
জেন মতে সভ্যতা বাৰ্হিচে ইংৰাজৰ।
সেহি মতে কৰা জদি আমাৰ দেসত
অৱস্যে হৈবেক ভাল অলপ কালত;
জি কথা লিখিলো মই, দাই ন ধৰিবা,
জত দোস হই মানে সকলো খেমিবা।
মই দিন হিন মুৰ্খে কৰিচো মিনতি
সুনি প্রিয় বানি দিয়া বিদ্যাত সুমতি;
পৰাৰ প্রবন্ধে কহে স্রী চিকা দাস,
অদ্য কৰি আচো, সিৱসাগৰত বাস।

---

## ইংৰাজি লোকৰ আগৰ কালৰ-অসভ্য বেৱহাৰ।

Barbarism of the Ancient Britons.

১৮০০ বচৰৰ আগেএ জেতিয়া ৰুমিয়াৰ সেনাপতি কৈচৰ, ইংৰাজি দেসত অধিকাৰ হৰলৈ গৈচিল, তেতিয়া তেঁও তাত নিবাসিবিলাকক অসভ্য বন মানুহ জেন দেখিলে; সিইতৰ মাজত কাপৰ লোআৰ বেৱহাৰ নাই কিচিল, সেই দিপৰ দখিন ভাগৰ মানুহে পহুৰ চালেৰে গা ঢাকিচিল, আৰু সিও কাপৰৰ নিমিত্তে ন হই, জাৰ গুচিবলৈকো ন হই, কিন্তু আন দেসৰ পৰা বেহা কৰিবলৈ মানুহ আহিলে কাপৰৰ বাবে গা ঢাকি লই। আৰু সৰিল বৰ সুন্দৰ কৰাৰৰ কাৰনে আপোনাৰ গাৰ চালতে কাঁইটেৰে খুঁচি, গচ, ফুল, মাচ, পহু আদিৰ আক্রিতি লিখি, এবিধ গচৰ ৰস তাতে ঘঁহি দিএ, তাতে সেই আঁকবোৰ কোনো কালে ন মৰে; সেই ৰিতি নতুন হলও আৰু আন আন অসভ্য জাতিৰ মাজত এতিয়ালৈকে আচে।

সেই কালত আমাৰ ওপৰ পুৰুস সকল হাবিত বাস কৰিচিল। আৰু সৰু সৰু কাঠৰ ঘৰ সাজি তাক গচৰ ডাল, পাত, আৰু পহুৰ চালেৰেই চাইচিল; সেই ৰুপে দুই তিনি স ঘৰেই এখন গাঁও হই, কিন্তু সেই ঘৰবিলাক

সাৰি সাৰিকৈ সজা নাই কিচিল, আৰু গাঁৱৰ চাৰিও ফালে মাটিৰ গৰ বান্ধিচিল। সিবিলাকে পহু মাৰি জি মঙহ পাই তাকে আহাৰ কৰিচিল. কিন্তু মাচ আৰু চৰাই খাবৰ সিবিলাকৰ নিজ ধৰমত নিসেধ আচিল।

সেই কালত আমাৰ উপৰি পুৰুস সকল অতি অগিয়ানি আচিল। তাৰ মাজৰ অধ্যাপকবিলাকে মাথোন অলপ লিখিব পঢ়িব জানিচিল, আৰু সেই অধ্যাপকবোৰে মানুহবিলাকক কঠিন ৰূপে বস কৰি ৰাখিচিল। সিবিলাকে অনেক দেও পুজা কৰিচিল; আৰু সেই দেওবিলাক বিতুস্ট হোআ গিয়ান হলে, দেওবিলাক তুস্ট কৰিবৰ নিমিত্তে সুনিব ন লগা গৰিহিত কৰম কৰিচিল। এবেলি সিবিলাকে বনত হাৰি বুলিলে আমাৰ সনি দেৱতা বিতুস্ট হৈচে। ইঁয়াকে বুজি সনিক তুস্ট কৰিবৰ নিমিত্তে নৈবেদ্যৰ কাৰনে এটা বৰ পাত্ৰৰ ভিতৰত অতি উত্তম ফুলৰ তিনি স লৰা জিয়াই ৰাখি থৈ জুই লগাই পুৰিলে। এতিয়া সিবিলাকৰে সন্তান জি আমি, সিবিলাকৰ বেৱহাৰে আমাৰ বেৱহাৰে কিমানৰ বেলেগ তাক বিবেচনা কৰি চোআ। জেনেকৈ এতিয়া আন আন অগিয়ান অসভ্য জাতি আচে, সেই ৰূপে আমিও কুবেৱহাৰ কুকৰমত ৰতি হোআ আৰু দুৰ্জন নিচ মনেৰে আচিলোঁহঁক; কিন্তু অনেক দিনৰ পৰা ন ন কথা সিকি, লাহে লাহে আমি অনেক প্ৰকাৰ বিদ্যা ধনে ধনৱন্ত হৈচোঁহঁক; আৰু আমাৰ আপোনাৰ গিয়ানৰ অধিক উভৰালৰ পৰা প্ৰিথিৱিৰ দেসলৈকে সকলো মানুহবিলাকৰ উপকাৰৰ নিমিত্তে গিয়ান দান কৰিচোঁহঁক। এই হেতুকে এই অচম দেসৰ গিয়ান উদই হোআ অসাধ্য বুলি, কোনোএ গিয়ান ন কৰোক। কিয়নো পুৰ্বে সকলোতকৈ অসভ্য জি আমি, জি উপায়েৰে আমি এতিয়া সভ্য হলোঁহঁক, সেই উপাই আন আন দেসবো হৈচে। প্ৰিথিৱিৰ চাৰিও ভাগৰ মাজত সকলোতকৈ সৰু জি ইউৰপ দেস, সেই দেস বিদ্যাৰ কাৰনে আন ভাগতকৈ সুখিয়াতি হৈচে, আৰু সেই বিদ্যা সকলো লোকৰ হৈচে। এই দেসতো সেই বিদ্যা সিদ্ধে বিয়াপক হব বুলি, আমি আসা কৰিচোঁ; আৰু এই দেসৰ মানুহবিলাক বিদ্যা সিকাৰ নিমিত্তে পাচে ইউৰপিয়া লোকৰ সমান বা আগ হব বুলি, ইয়াকে কোনে কব পাৰিব?

## মিক্ৰস্কোপ আৰু এক নিঠুৰ লৰাৰ কথা।

The Microscope and cruel Boy.

কোনো এক ডেকা লৰাই মাখিবোৰক দুখ দি মাৰি নিঠুৰ আনন্দত সন্তুস্ট হৈচিল। সি মাখিবোৰৰ ঠেং আৰু পাখি চিঙি আপোনাৰ উচৰৰ পৰা উৰি জাওক বুলি মিচাকৈএ ৰয় চাই, আৰু কেতিয়ালা ভালেমান পোক পৰুআ একে লগে গোটাই ভৰিৰে গচকি দুস্ট স্বভাৱত ৰঙ্গ কৰি থাকে। তাৰ সিখ্যকে ভালেমান হাক দিও তাৰ এনে দুস্ট স্বভাও গুচাব নোআৰিলে। আৰু তাৰ সিখ্যকে তাক এই দৰে ভালেমান প্ৰবোধ দি বোলে, দেখা, জেনেকৈ আমি সুখত ৰঙ্গ আৰু আনন্দ কৰোঁ, পোক পৰুআবো তেনে জানিবা; আৰু আমাৰ ভৰি হাত ভাঙিলে আমাৰ জেনেকৈ দুখ লাগে, পোক পৰুআও আপোনাৰ ঠেং বা পাখি চিঙা হলে দুখ পাই। পৰুআৰ ঠেং আৰু মাখিৰ ডেনা চিঙি জেতিয়া সিইতে ৰগাই জাই, তেতিয়া দুখৰ চিন দেখা জাই তেও সিইতৰ এনে দুখলৈ সেই দুস্ট নিৰ্মৰমিয়াল লৰাই একেৰিও বুজিবলৈ মন দিয়া নাই।

সেই সিখ্যকৰ এটা মিক্ৰস্কোপ আচিল; সেই মিক্ৰস্কোপেৰে জদি কোনো বস্তুলৈ চাই, তেন্তে তাতে আগতকৈ অতি ডাঙৰ দেখা জাই। এনে এটা জন্ত্ৰ আনি তাৰে সৈতে আপোনাৰ চাত্ৰবিলাকক এটা অদ্ভুত সুন্দৰ জন্তুক চাব দিলে। চাঁওতেই সিবিলাকক এই কথা কলে, দেখা, এই জন্তুৰ মুৰৰ পৰা নেগুৰলৈকে ৰঙা আৰু কলা বৰন আচে। মুৰত চকু একোৰ ৰঙা লোমেৰে বেৰা হৈচে। তাৰ গা দুভাগ হৈয়ে সিয়ে সৈতে জোৰা খাই ৰক্তা আচে। দেখা, তাৰ গোটেই সৰিল

সুবৰ্ন বোমেৰে বিভুসিত আছে, বজাৰ কোঁৱৰৰ ভুসনতকৈও অধিক। সৰু জন্তুত এনে এনে আচৰিত গুন আছে, ইয়াকে দেখি, সেই সবাই আনন্দিত হৈ আচৰিত মানি অধৈৰ্য্য ৰূপে সিধাকত সেই জন্তুৰ নাম সুধিবলৈ ইচা কৰিলে। পাচে মিক্ৰস্কোপ গুচালত ত্ৰিটো সৰু পোক সি অনেক বাৰ দুখ দিচিল, সেয়ে এনে ডাঙ্গৰ সুন্দৰ জন্তু হেন দেখা গল!

দেখা, জদিও আমাৰ দ্ৰিষ্টিত মাখি আৰু পোক পৰুআ সৰু আৰু অবস্তু হেন দেখা জাই, তেও পৰম ইশ্বৰে এনে সৰু বস্তুত সম্পূৰ্ন মতে উতম উতম গুনেৰে বিভুসিত কৰিচে। এতেকে কোনো জন্তুক আমি অকাৰনে মাৰিবলৈ বা জন্ত্ৰনা দিবলৈ উচিত নহই। কাৰন হলেও দুখ নি দি একে বাৰে মৰাই ভাল। ব. ন.

## বিবাহৰ সুখ।

Three views of Marriage.

এটা নকচা লিখা ঘৰত অনেক বিধৰ মাজত তিনটা নকচা একে ঠাইতে আচিল। তাৰে এটা মুৰ্তিএ আপোনাৰ মুৰ দুই আঁঠুৰ ওপৰত থৈ, অতি বৰকৈ চিন্তা কৰিচে।

দুতিয় মুৰ্তিটে অতি বৰ সোকাকুল হৈ, আপোনাৰ চুলি চিঙ্গি, হিয়া ভুকুআই আচে।

ত্ৰিতিয় মুৰ্তিটে অতিসই আনন্দতে মন মগ্ন হৈ আচে।

সেই কথাকে কোনো এজন মানুহে দেখি, অতি বিস্মই হৈ গৰাকিৰ ওচৰলৈ গৈ সুধিলে, বোলে, এই তিনি প্ৰকাৰ তিনটা মুৰ্তি একে ঠাইতে থকাৰ কাৰন কি? গৰাকিএ কলে, বোলে, ইয়াৰ কাৰন সুনা।

প্ৰথমটে মনে মনে গুনিচে বোলে, তিৰোতা আনি সংসাৰ কৰিম কি ন কৰিম।

দুতিয়টে, তিৰোতা আনি সংসাৰত বন্দি হৈ সোক কৰিচে, বোলে, অস! কিয় মই এই দুকৰম কৰি, অনেক কেলেস আৰু চিন্তাত মজি, আপোনাৰ ভৰিত আপুনি লোআ লগালো।

ত্ৰিতিয় মুৰ্তিটে তিৰোতা বিহিন হোআত, সংসাৰ জাতনাত আপোনাকে মুকলি হোআ জেন জানি আনন্দতে নাচি আচে।

## বিবাহৰ সম্বাদ।

Marriage.

২৫ আগষ্ট তাৰিখে সিৱসাগৰ জিলাত শ্ৰীজুত পাদুৰি চামুএল এম হোআইটিং চাহাবৰ দোআৰাই, শ্ৰীজুত চাৰ্লচ উইলিয়াম স্তুআৰ্ত চাহাব, আৰু শ্ৰীমতি লুচি ৰসেস্বৰিৰ কম্পানিৰ নতুন কানন মতে বিবাহ দিয়া হল; শ্ৰীজুত জন থৰ্নটন চাহাব বিবাহৰ ৰেজেষ্ট্ৰাৰ।

## অক্তোবৰ, অৰ্থাত কাতিৰ পঞ্জিকা।

Almanac for October, A. D. 1853. Bal. Sac 1775

| অক্তোবৰ | আহিন | বাৰ | তিথি | দিনমান | অক্তোবৰ | কাতি | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৬ | ৭ | ২৮ | ১১।৪৮ | ১৬ | ১ | ১ | ১৫ | ১১।২২ |
| | | | | | ১৭ | ২ | ২ | ১৬ | ১১।২০ |
| ২ | ১৭ | ১ | ৩০ | ১১।৪৬ | ১৮ | ৩ | ৩ | ১৬ | ১১।১৮ |
| ৩ | ১৮ | ২ | ১ | ১১।৪৪ | ১৯ | ৪ | ৪ | ১৭ | ১১।১৬ |
| ৪ | ১৯ | ৩ | ২ | ১১।৪১ | ২০ | ৫ | ৫ | ১৮ | ১১।১৫ |
| ৫ | ২০ | ৪ | ৩ | ১১।৪০ | ২১ | ৬ | ৬ | ১৯ | ১১।১৪ |
| ৬ | ২১ | ৫ | ৪ | ১১।৩৮ | ২২ | ৭ | ৭ | ২০ | ১১।১২ |
| ৭ | ২২ | ৬ | ৫ | ১১।৩৭ | | | | | |
| ৮ | ২৩ | ৭ | ৬ | ১১।৩৫ | ২৩ | ৮ | ১ | ২১ | ১১।১০ |
| | | | | | ২৪ | ৯ | ২ | ২২ | ১১।৯ |
| ৯ | ২৪ | ১ | ৭ | ১১।৩৪ | ২৫ | ১০ | ৩ | ২৩ | ১১।৮ |
| ১০ | ২৫ | ২ | ৮ | ১১।৩১ | ২৬ | ১১ | ৪ | ২৪ | ১১।৬ |
| ১১ | ২৬ | ৩ | ৯ | ১১।৩০ | ২৭ | ১২ | ৫ | ২৫ | ১১।৪ |
| ১২ | ২৭ | ৪ | ১০ | ১১।২৮ | ২৮ | ১৩ | ৬ | ২৬ | ১১।৩ |
| ১৩ | ২৮ | ৫ | ১১ | ১১।২৬ | ২৯ | ১৪ | ৭ | ২৭ | ১১।২ |
| ১৪ | ২৯ | ৬ | ১৩ | ১১।২৪ | | | | | |
| ১৫ | ৩০ | ৭ | ১৪ | ১১।২২ | ৩০ | ১৫ | ১ | ২৮ | ১১।০ |
| | | | | | ৩১ | ১৬ | ২ | ২৯ | ১১।০ |

এই অৰুনোদই গিয়ান ভণ্ডাৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপাখানাতে চাপা কৰা হৈছে। আনিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চমহা।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam.*

# অৰুনোদই

৮ বচৰ। মোং সিৱসাগৰ, অক্তোবৰ, ১৮৫৩। নম্বৰ ১০।

VOL. VIII. SIBSAGOR: OCTOBER, 1853. NO. 10


## ববি নামে এটা সাহসিক কুকুৰৰ আখ্যান।

The Courageous Newfoundland Dog.

কিচুমান বচৰৰ আগেয়ে আমেৰিকা দেসৰ ওআসিঙ্‌তন নামেৰে এখান জাহাজ খেহ দেসলৈ গৈচিল, সেই জাহাজৰ ডাঁৰি মাজি আদি চাকৰবিলাকত বাজে এজন সেনাপতি চাহাবে লগত তেঁওৰ তিৰোতা, আৰু পাঁচ বচৰিয়া এটা লৰা, আৰু ববি নামেৰে নিউফওণ্ডলণ্ড দেসৰ এটা বৰ কুকুৰ নিচিল। সেই কুকুৰৰ স্বভাও কোমল, আৰু খেমালি কৰি থকাৰ নিমিত্তে জাহাজৰ সকলো লোকে তাক ভাল পাই; তাৰ বাহিৰেও সেই সৰু লৰা লগত কুকুৰৰ সদাই খেমালি কৰাৰ লগৰিয়া আচিল। লৰাবো তাত বৰ আনন্দ হই, কুকুৰে তাক জিমান ভাল পাই, সিয়ো সিমান তাক চেনেহ্ কৰে।

এদিন সন্ধ্যা বেলি এন্ধাৰ হোআৰ সময়ত, সেই সৰু লৰাই কুকুৰে সৈতে খেমালি কৰোঁতেই, জাহাজ কাতি হলত লৰাটো সাগৰৰ পানিত পৰিল।

তাতে সকলোএ "ওপৰলৈ আহ; ওপৰলৈ



A Newfoundland Dog saving the Life of his Master's Son.

আছ," এনেকৈ নৰাত এটাহ্ পাৰিব ধৰিলত, বেগতে সেই ৰবি চিকাৰি কুকুৰৰ দৰেৰে পানিত জাঁপ মাৰি পৰি, জাহাজৰ সিকালে দাতিএ সাঁতুৰি গল ।

তেতিয়া সেই লৰাৰ বাপেক অতি বিহ্বল হৈ, নাৱৰিয়াই সৈতে বেগতে জাঁপ মাৰি সৰু নাৱত উঠিল । কিন্তু তেতিয়া এন্ধাৰ কিছু অধিককৈ হোআৰ কাৰনে দূৰৈলৈ নে দেখাত সকলোএ বুলিলে, বোলে, লৰা আৰু গল ।

এনেতে সিবিলাকে জাহাজৰ বাঁও কালে এটা সবদ সুনিলত, লৰাৰ বাপেকে বেগাই বা বুলি, এটাহ্ পাৰি কলে; তাতে গুৰিআলে নাও ঘূৰাই দিলত আগোআলবোৰেও বলেৰে টানি বাৰলৈ ধৰিলে, এনে সময়তে সেই সাহিআল ৰবিয়ে লৰাক মুখেৰে ধৰি নাৱৰ দাতিয়ে দি উটি অহাত, সিইতে দেখি লৰাক নাৱলৈ তুলিলে ।

পাচে নাও বাই জাহাজলৈ গৈ প্ৰাই মৰা লৰা স্বস্থ হনৰ দেখি, তাৰ বাপেক মাক বৰ আনন্দিত হল; আৰু সকলোএ ৰবিৰ গাত হাত ফুৰাবলৈ ধৰিলে । তেতিয়া সৰু লৰাই তাক সঙ্কটৰ পৰা উধাৰ কৰোঁতাৰ ডিঙ্গিত সাবট মাৰি ধৰিলে, আৰু বাপেকে জেনেকৈ পুতেকক ভাল পাই, সেই ৰূপে জাহাজত থকা সকলোএ সেই কুকুৰক ভাল পাবলৈ ধৰিলে ।

জাহাজ আফ্ৰিকা দেসৰ উত্তম আসা অন্তৰিপ পালত, নাৱৰিয়াবোৰ সৰু নাৱত উঠি বামলৈ জাবৰ সময়ত সেই সেনাপতি চাহাবে জিবোতা লৰাই সৈতে জাবলৈ নাৱত উঠি, জাহাজত থকা নাৱৰিয়াবোৰক কলে, বোলে, জাহাজৰ ওচৰৰ পৰা নাও দূৰৈ হৈ নো জোআলৈকে এই বিস্তকণ্ডলত কুকুৰক টানকৈ ডিঙ্গিত ধৰি বাধইক, তেতিয়া সি জেনে সাঁতুৰিব পাৰে তাক দেখিবলৈ পাবিইক । পাচে ৰবিয়ে হাতৰ পৰা এৰাই জাবৰ নিমিত্তে অনেক টনা আজোৰা কৰিছিল, তথাপি মুকলি হৈ জাব নোআৰিলে, সিইতেও নাও দাঁতি নে পাই গৈ মানে ধৰি ৰাখিলে । জেতিয়া সেই সেনাপতিয়ে সঙ্কেত ৰূপে উৰ্মাল হাতত লৈ তাক এৰি দিবলৈ জোকাৰি দিলে, তেতিয়া সিইতে এৰি দিলত কুকুৰ জাঁপ মাৰি সাগৰত পৰি অতি সাহেৰে ঢৌবিলাকৰ ওপৰে দি হাঁকোলা মাৰি মাৰি সাঁতুৰিব ধৰিলে ।

পাচে ৰবিয়ে অকস্মাতে কেঙ্ কেঙাই পানিৰ ওপৰলৈ লাফ মাৰি উঠিল; প্ৰথমে তাৰ বাত ৰোগ হৈছে বুলি বুজিলে, পাচে দেখিবলৈ কুচিত বৰ এটা মগৰ মাচ তাৰ পাচ ফালে দেখি, নাৱৰ আৰু জাহাজৰ মানুহবিলাকে "বৰ মগৰ, বৰ মগৰ" বুলি এটাহ্ পাৰিব ধৰিলে । তেতিয়া ৰবিয়ে সোঁ ফালে বাঁও ফালে সাঁতৰি বুৰ মাৰি বাগি দি দাঁত উলিয়াই গেঙ্গেৰি দি জোআত, মগৰে কোনো প্ৰকাৰে তাৰ পিঠিৰ ওপৰলৈ আহিবলৈ চল নে পালে, এই কাৰন সেই ৰাখ্যসৰ নিচিনা মাচটে কামুৰিব নোআৰিলে ।

জেতিয়া ৰবিক ৰাখিবলৈ পাচৰ পৰা নাও বেগাই বাই গল, তেতিয়া মগৰে বৰ ভয়ানক ৰূপ ধৰিলে, ৰবিএও বাগি দি দি সাঁতৰি পলাবলৈ ধৰিলে, এনেতে নাও তাৰ ওচৰলৈ গলত মগৰেও চিত হৈ ভয়ঙ্কৰ ৰূপে হাঁও কৰি উঠিল; তেতিয়া ৰবিএ তাৰ মুখৰ মাজত প্ৰাই জেন পৰিল এনে দেখি, বেগতে তাৰ গৰাকিয়ে হিলৈ লৈ মগৰক গুলি মাৰি তাৰ ভয়ানক বুকৰ হাৰ ভাঙ্গি তোখৰ তোখৰ কৰিলত, সেই ঠাইৰ পানি তেজেৰে ৰঙ্গা হৈ গল । পাচে সেনাপতিয়ে কুকুৰক নাৱলৈ টানি তুলিলত সেই লৰাই হাত মেলি কুকুৰৰ ডিঙ্গিত সাবট মাৰি ধৰিলে । তেতিয়া নাৱৰ আৰু জাহাজৰ নাৱৰিয়াবিলাকে আনন্দতে হোৰা! হোৰা! অৰ্থাত জয়! জয়! বুলি এটাহ্ পাৰি কলে, বোলে, ৰবি ৰখ্যা পৰিল, মগৰক মৰা হল! হোৰা! হোৰা! উং



## বিদ্যা ৰূপ ব্ৰিখ্য।

**The Tree of Knowledge.**

হে অচম দেশৰ নিবাসি মোৰ প্ৰিয় বন্ধু সকল, দেখা, বিদ্যা ৰূপ জি সকলোতকৈ উত্তম ব্ৰিখ্য, তাক ৰোপন কৰিলে তাৰ জি সকল নানা বিধ উত্তম ফল ধৰে, সেই সকলো ফল ভুঞ্জিবৰ নিমিত্তে কোন মনুস্যৰ লোভ ন জনমে! তাতে সকলোৰে ইচা হই, আৰু সেই ফল ৰূপ সৰ্ব্ব সাধাৰন বিদ্যা ব্ৰিখ্যত উঠিবলৈ সকলোএ মন কৰে। জি হেতুকে আন আন ভুমিত সকলো বিধ সস্য ন হই; কোনো কোনো উৰ্ব্বৰা ভুমিতহে কোনো বিধ ফল হই, আৰু মৰু ভুমিত হলে একো সস্য ন হই; কিন্তু বিদ্যা ৰূপ খেত্ৰত হলে সকলো বিধ সস্য জনমে, জিটো বস্তু আন সকলো ঠাইতে পাবলৈ নাই, তাকো তাত পোআ জাই। আৰু হে আমাৰ অচম দেসি সকল, মন কৰা, আন গচত উঠাত, কাঁইট আদি অনেক বাধা বা ভই থাকে, আৰু বহু দুখ, ভাগৰ পাই, মৰনৰো সঙ্কা হই; জদি কেনেবাকৈ পৰে, তেন্তে প্ৰাই মৰাৰ নিচিনা হই, আৰু অতি ওখত থকা গুটিকো পোআ নে জাই। কিন্তু বিদ্যা ব্ৰিখ্যত উঠিবলৈ হলে উত্তম নিতি ৰূপ চল আচে, ইয়াত উঠাত কাঁইট আদি সত্ৰুলৈ একো ভই নাই, অলপ মাথোন পৰিস্ৰম, আৰু ভাগৰো নে লাগে, কেৱল মন দিব লাগে। এই গচত উঠিলে কেতিয়াও বাধা আদিৰ দোআৰাই তললৈ ন পৰে, মৰনৰো সঙ্কা ন হই, কাৰন বিদ্যা ব্ৰিখ্যত উঠাৰ সদাই জিৱনমুক্ত, তাৰ মৰন ন হই, অৰ্থাত মৰিলেও বিদ্যাৰ দোআৰাই জিয়াই থকাৰ নিচিনাকৈ তাৰ নাম প্ৰকাস হই।

আৰু হে আমাৰ অচমিয়া প্ৰিয় লোক সকল, চোআ, আন আন গচৰ আগত থকা গুটি পোআ নে জাই, বিদ্যা ব্ৰিখ্যৰ হলে সিমা নাই কিয়া ওখ ঠাইত থকা ফলকো আকৰ্ষন আদিৰে এনেই পোআ জাই। আৰু আন আন গচৰ ফল হলে একে প্ৰকাৰ মাথোন; কিন্তু এই জি একোপা বিদ্যা ব্ৰিখ্য, ইয়াৰ ফল অনেক প্ৰকাৰ হই। আনবোৰ গচ আৰু তাৰ গুটি এক কালতহে দেখিবলৈ সুন্দৰ হই; কিন্তু বিদ্যা জি ব্ৰিখ্য আৰু তাৰ জি গুটি, তাক সদা কালে সকলো ঠাইতে সুন্দৰ দেখা জাই। আন আন গুটিৰ কোনো কোনো বিধ বিসোআদ আচে; কিন্তু বিদ্যাৰ জি ফল তাৰ কোন বিধ বিসোআদ আচে? আন আন গুটিৰ বাকলি, হাৰ, কেৰা প্ৰভ্ৰিতি অনেক বেয়া গুন আচে; কিন্তু বিদ্যা ফলৰ হলে বাকলি, হাৰ বা কেৰা একো নাই। আন আন ফলৰ সোআদ মুখত একে নে লাগে, কোনো বিধ ফল খাবলৈ কিছু ভাল, কোনো বিধ খাবলৈ বেয়াও আচে, আৰু সেই ফলবোৰৰ সোআদৰ সিমা আচে; কিন্তু বিদ্যা ব্ৰিখ্যৰ ফল হলে সকলোবোৰ ভাল, সকলোৰে মুখত সোআদ লাগে, আৰু সোআদৰ সিমাও নাই; জিমান পান কৰা, অধিক সোআদ লাগিহে জাই। আন আন ফলৰ ৰস এবেলি খালেই চুকাই; বিদ্যা ব্ৰিখ্যৰ ফল হলে কেৱল ৰসময় আৰু কেতিয়াও নু চুকাই; জিমান পান কৰা সিমান অধিক হৈহে জাই, আৰু জি ঠাইলৈকে হাত মেলা, সেই ঠাইতে ফল পোআ জাই। আন গচৰ ফল খোআত ত্ৰিপ্তিৰ সেস আচে, বিদ্যা ব্ৰিখ্যৰ ফল খোআত কেতিয়াও ত্ৰিপ্তিৰ সেস নাই। জেনেকৈ ভ্ৰমৰাবোৰে আন আন ফুলৰ মধু খোআত ত্ৰিপ্তি পুৰ হই, কিন্তু আম ফুলৰ জিমান মধু পান কৰে, সিমান আৰু পান কৰিবলৈহে ইচা জাই, অৰ্থাত তাৰ ৰস খাওতে ত্ৰিপ্তি পৰিপূৰ্ন ন হই, সেই ৰূপ। আন আন গচৰ চাঁই অতি ৰদৰ সময়তহে সুখ দিব পাৰে, কিন্তু বিদ্যা জি খেত্ৰ আচে, অৰ্থাত জি জন মানুহৰ বিদ্যা আচে, সেই খেত্ৰৰ দুৰৈত থাকি বায়ু সলেও সৰিলৰ সকলো বিকল গুচি পৰম সুখ হই।

এই কাৰন হে আমাৰ দেশৰ মিত্ৰ সকল, বিদ্যাৰ কি কি ফল তাক কঁও সুনা; দুসোধ্য অতি প্ৰবল সত্ৰু সমুহক পৰাজই কৰা, জোগ্য অজোগ্য গিয়ান, জস, কিৰ্ত্তি, অৰ্থ, ধৰম, সভ্য হোআ, সুখ ভোগ, মঙ্গল, জই, ৰক্ষা আদিএ পুজ্যতা মান্যতা কৰা, সঁচা মিচা বিবেচনাৰ তত্ব,

পৰম সুখ, পৰম ঈশ্বৰক চিন্তা, সম, দম, দায়া, খেমা, সান্ত, ইন্দ্ৰিয় দমন আদি কৰি এই সকল বিদ্যা ব্ৰিখ্যৰ ফল হই। এই নিমিত্তে হে আমাৰ আপোন দেসি প্ৰিয় বন্ধু লৰা সকল, তোমোলাকে কিঞ্চিত জতন কৰি, পিত্ৰি, মাত্ৰি. আৰু গিয়ানি লোকৰ সত্ত উপদেস ৰুপ পথে দি বিদ্যা স্বৰুপ ব্ৰিখ্যত উঠি, অমুল্য ফল তাক ভাল ৰুপে ভোজন কৰা। জদি এই ব্ৰিখ্যত উঠিব নো খোজা, তেন্তে অগিয়ান স্বৰুপ সমুদ্ৰত তল হৈ অতি কেলেস ৰুপে বেয়া ঠাইত অধোগামি হবা। এই কাৰনে হে আমাৰ স্বদেসি বন্ধু সকল, ইংৰাজি লোকৰ দৰে গিয়ানৱন্ত, বুধিমন্ত, আৰু সকলো কৰমতে নিয়াই ৰুপে উদ্যোগি হৈ, সিবিলাকৰ নিচিনাকৈ বিদ্যা ব্ৰিখ্যত উঠিবলৈ সদাই ৰত হোৱা। চি. দ.

## দানসিল ৰুপে আপোনাক উচৰগ কৰা এক চাকৰৰ কথা।

Generous self devotion of a Servant.

অষ্ট্ৰিয়া আৰু পোলণ্ড ৰাজ্যৰ মাজত কাৰ্পেথিয়ন নামে পৰ্বতত অনেক অনেক ৰাঙ্গ কুকুৰ থাকে। ৰৰ জাৰৰ দিনত সিইঁতৰ সাধাৰন বলতকৈ সিইঁতে আৰু অধিক বলি আৰু ক্ৰুৰ হই। ইং ১৭৭৩ সকৰ বচৰৰ জাৰ কালিত, অষ্ট্ৰিয়া দেসৰ বিত্ৰনা নগৰৰ পৰা দুই ঘোঁৰাৰে টনা গাঁৰিৰ ওপৰত উঠি পদতুস্কি নামে কোনো কুলিন লোক এজন, আৰু তেঁওৰ তিৰোতা পোলণ্ড দেসৰ ক্ৰাকো নগৰলৈ জাত্ৰা কৰিচিল, তাতে সিবিলাকে হৈ হৈ আচওএক আৰু জাতৰ নামে এই দুই নগৰৰ মাজ পালে। জাতৰৰ পৰা ক্ৰাকোলৈ আৰু অলপ ক্ৰোচৰহে অন্তৰ আচিল, এনেতে অনেক অনেক ৰাঙ্গ কুকুৰ সেই পৰ্বতৰ পৰা নামি আহি, সিবিলাকৰ গাঁৰিৰ পাচ ললে। সেই কুলিনৰ দুজন চাকৰৰ এজনক আগেএ ঘৰলৈ পঠালে, জি জনত তেঁওৰ বিস্বাস আচিল সেই জনক আপোনাৰ লগত ৰাখিলে। ৰাঙ্গ কুকুৰ মথাক ক্ৰমে ক্ৰমে গাঁৰিৰ ওচৰলৈ চাপ্তি অহা দেখি, চাকৰটোএ গৰাকিত এই অনুমতি খুজিলে, বোলে, ঘোঁৰা এটা সেই জন্তুবিলাকলৈ গাঁৰিৰ পৰা মেলি দিঁও, সিইঁতে তাক খাই মানে, নগৰৰ কাললৈ আমি কিচু আগ বাঢ়ি জাব পাৰিম। পাচে সেই চাকৰৰ কথাত তেঁও সম্মত হোৱাত, সি ঘোঁৰাটো সেই কুকুৰবিলাকৰ কাললৈ মেলি দি, বেগা বেগিকৈ সিবিলাকে নগৰৰ কাললৈ জাব ধৰিলে। সেই কুকুৰবিলাকে ঘোঁৰাটো ডোখৰ ডোখৰ কৰি তাৰ তেজ খাবলৈ পাই, পাচে লোভ বঢ়াত, আকও সিবিলাকৰ লগ ললেহৈ। তেতিয়া চাকৰটোএ কুলিনত কলে, বোলে, তুমি জদি মোৰ লৰা চোৱালি আৰু তিৰোতাক পোহন পালন কৰিবলৈ অঙ্গিকাৰ কৰা, তেন্তে মএই সিইঁতৰ মাজত পৰোঁগৈ, মোক খাই মানে তুমি নগৰ পাব পাৰিবা। পদতুস্কিএ সুনিলে, বোলে, মোৰ কাৰনে মোৰ নিচিনা এজন মানুহে প্ৰান দিবলৈ মই কেনেকৈ সহিব পাৰোঁ। আৰু ইও পোনে এনেকৈ ভাবিলে, বোলে, জদি মোৰ চাকৰৰ কথাৰ দৰে নাচৰোঁ তেন্তে আমাক সকলোকে খাই, ইয়াতে আমাৰ মাজৰ কোনো জিয়াই নে থাকিব; আমাৰ সকলোৰে প্ৰান হেৰোৱাতকৈ এটাই প্ৰান দি, ইমখাক ৰখ্যা কৰাই ভাল হৈচে, কিয়নো তেনে ন হলে সকলোৰে প্ৰান এই ঠাইতে হেৰাব। পদতুস্কিএ ইয়াকে সুনি ভাবি তেঁওৰ সেই চাকৰৰ পৰিয়ালক প্ৰতিপাল কৰিম বোলাত, সি হৈ কুকুৰবিলাকৰ মাজত পৰিল, তাতে কুকুৰবিলাকে তাক ডোখৰ ডোখৰ কৰি খালে; সেই সমইতে সেই কুলিনে গাঁৰি মেলি নগৰ পালেগৈ। তাতে তেঁও ৰখ্যা পৰিল, আৰু তেঁও জি অঙ্গিকাৰ কৰিচিল, তাৰ দৰেই চাকৰৰ পৰিয়ালবিলাকক পুহি আপোন অঙ্গিকাৰ ৰাখিলে।

হি. ২২. ২. ধনৱন্ত আৰু দৰিদ্ৰ এই দুয়োৰো সাখ্যাতে হই; কিন্তু পৰম ঈশ্বৰ সিবিলাক দুইৰো এক স্ৰিষ্টি কৰ্ত্তা।

হি. ১৪. ৩১. জি জনে দৰিদ্ৰবিলাকলৈ উপদ্ৰৱ কৰে, সি তাৰ স্ৰিষ্টি কৰ্ত্তাৰ অসম্ভ্ৰম কৰে, কিন্তু জি জনে দুখিয়াক দয়া কৰে, সি তাৰ স্ৰিষ্টি কৰ্ত্তাক সম্ভ্ৰম কৰে। স. ন.



## অৰুনোদই পৰ্হা সৰু চাতৰবিলাকৰ প্ৰতি কিছু কথা।

A Word to the little Children who read the Orunodoi.

ঐ! আই! এইটো নো কি নকচা ঐ? কোন, কি কৰিচে? কি জানি আমাৰ সৰু পাঠক-বোৰে অৰুনোদই পাই এনেকৈ সুধিব। বাৰু, তেন্তে সুধা সুধিকৈ ন হলেও, অৰুনোদায় দিএই তোমোলাকে সৈতে কিছু কথা বাত্ৰা হব খোজোঁ, এই হেতুকে তোমোলাকে মন দি সুনা।

সেয়ে দুৰচবিয়া এটা ইংৰাজি সৰু লৰা; এতিয়া কেৱল ৰঙ ধেমালি কৰিবলৈহে মন গৈচে। তাতে সুন্দৰ আসনত উঠি মেজত টুপি থৈ, ভিৰিত ঢোল আৰি বজাই বজাই ৰব ৰছ কৰিচে; আৰু মাক বাপেকে ৰব ধেমা-লিবে কাল নিয়াবলৈ ঢোল আদি সকলো ওমোলা বস্তু দিচে। কিন্তু অলপৰ পাচে ওমোলা বস্তু গুচাই তাৰ হাতত কিতাপ দিব, ইস্কুললৈ পঠাব, আৰু সকলো বিধৰ গিয়ান আৰ্জিবলৈ উপাই দিব। কিয়নো সিবিলাকে ভাবে, বোলে, আমি অলপতে মৰিম, কিন্তু আমাৰ এই পুত্ৰ থাকিব; আগলৈ সি-এই আমাৰ সকলো বস্তুৰ অধিকাৰ হব, আৰু তাৰ দোআৰাই আমাৰ নাম জলি থাকিব। আৰু জি ৰুপে গচক সৰু পুলি হোআতে পোন বা বেঁক কৰিলে ডাঙৰ হলে সেই ৰুপ থকাত পোন বা বেঁকা গুচাব নোঅৰা হই, তেনেকুআ আমাৰ পুত্ৰৰো কথা হব। জদি এতিয়া মন কোমল হোআত আমি অতি পৰিস্ৰুম কৰি তাৰ সকলো বেয়া স্বভাও গুচাই সত্য আৰু উত্তম গিয়ান সিকাঁও, তেন্তে আগলৈ ভাল হব। কিন্তু জদি তেনে ন কৰি লৰা কাল অনৰ্থক ৰুপে নিয়াবলৈ দিঁও, আৰু লিখা পৰ্হা বিদ্যা জনাৰ কোনো উপাই নি দিঁও, তেতিয়া আমাৰ পুত্ৰ আগলৈ একোৰো পাত্ৰ ন হব; তাতে লাজত আমাৰ নাম একে বাৰে লোপ হৈ জাব। তাৰ পিত্ৰি মাত্ৰিএ আৰু বুলিচে, কোন বিসই, কোন কাম কৰিবলৈ ইস্বৰে আমাৰ পুত্ৰক দিব, তাক আমি নে জানোঁ। এতিয়া জি সকলো মান্যবন্ত লোক আচে, সেই সকলো আমাৰ পুত্ৰৰে নিচিনা বিদ্যা ন জনা, আৰু উমলিবলৈ ভাল পোআ লৰা মাথোন আচিল; কিন্তু এতিয়া ইস্বৰে

সিবিলাকক প্ৰধান লোক কৰিলে। এই সি-স্নিতে আমি আমাৰ লৰাক সকলো গিয়ান বিদ্যা সিকাবলৈ উপাই দিলেহে আমি তাৰ ধাৰ সুজা হম। এই ৰূপে তাৰ মাক বা-পেকে বুলিচে।

আৰু হে আমাৰ অচম দেসৰ সৰু সৰু লৰাবিলাক, মোৰ কথা সুনা; জি ৰূপে সেই লৰাৰ বাপেক মাকে বুলিছিল, তেনেকৈ তো-মোলাকৰ পিত্ৰি মাত্ৰিএও কই। মন কৰা, তেৰ কুৰি বচৰ মানৰ পাচত, তোমোলাকৰ দে-সত এতিয়া থকা সকলো বিসয়া, পণ্ডিত, অধ্যা-পক আদি লোক সকলক বিচাৰিলে পোআ নে জাব; কিন্তু সিবিলাকৰ ঠাই কোনে লব? তো-মোলাকেহে তাক লব লাগিব। জি জি মান্য, দেসৰ উপকাৰ, আৰু লোকবিলাক সভ্য হো-আ, এই সকলো তোমোলাকৰ পৰাহে হব। এই দেস আগলৈ ভাল বা বেয়া হোআৰ ভাৰ তোমোলাকৰ কান্ধতহে পৰিচে; এই হেতুকে মোৰ কথা সুনি তোমোলাকে সকলোএ কিত্তাপ বিচাৰি গিয়ান বিদ্যা আৰ্জা, কিয়নো ধনতকৈ বিদ্যা উত্তম। সত্য গিয়ান পালে, ইহকালত তোমোলাকৰ পৰম হিত হব, আৰু পৰকালতো তোমোলাকৰ অমূল্য জিৱাত্মাৰ পৰিত্ৰানৰ পথ দেখা পাবা। ম

---

## কলিকত্তাৰ পৰা চতুৰ্থ পত্ৰ।

Fourth Letter from an Asamese in Calcutta.

হে প্ৰিয় বন্ধু সকল,

গিয়ান অতি ৰমনিয় পদাৰ্থ। এই গিয়ান ন থকা হলে, মানুহ আৰু আন জন্তুৰ মাজত একো ভিন তাও নে থাকিলহঁতেন। জন্তুবি-লাকে আপোন আপোন সৰিল সুখে ৰাখিবলৈ কেতবিলাক কাৰ্জ্য কৰে; গৰুক জগা পোআলিৰ গা চেলেকিবলৈ কোনেও নি সিকাই, আৰু মে-কুৰিকো নৰিয়া পৰিলে ঘাঁহ খাবলৈ কোনেও নি সিকাই। হিম সাগৰৰ ওচৰত এবিধ জন্তু আছে, সিহঁতে জাৰ কালি হলে সেই ঠাইৰ পৰা আহি তপত ঠাইত থাকেহি, আৰু জহ কালি আকও আগৰ ঠাইলৈ জাই। বিৱৰ নামে এবিধ জন্তুএ মানুহে থকা ঘৰে ধোঁটাদি ধোঁটাদি ঘৰ সাজি থাকে; এইবিলাক জন্তুএ সক্ৰুৰ হাত এৰাবৰ নিমিত্তে মানুহৰ ঘৰে পৰম জতন কৰে, আৰু কোনো আপদ উপস্থিত হলে আপোনাৰ নখ দাত আদি ইশ্বৰে দিয়া অস্ত্ৰে-ৰে আপোনাৰ ৰক্ষ কৰাই। এই সকল জন্তুৰ এইবিলাক কৰ্ম্ম দেখি আমি আচৰিত হঁও, কিন্তু মানুহৰ গিয়ানতকৈ ইহঁতৰ এই গিয়ান অতি সামান্য হেন জনা জাই। প্ৰিথিবি পো-নেই সৃষ্টি হোআত, ইহঁতে জি অবস্থাত আ-চিল, এতিয়াও সেই অৱস্থাতে আচে, আৰু কোনো জন্তুৰ গিয়ান আজিলৈকে বঢ়া সুনা নাই, কিন্তু মানুহৰ গিয়ান বৰ আচৰিত ৰূপে নিতৌ নিতৌ বাঢ়িচে। জি দেসত বিদ্যালৈ বিসেস আদৰ আচে, তাৰ আৰু বিদ্যা নিসিকা দেসৰ লোকৰ গিয়ান অতি ভিন।

এই গিয়ান লভিবৰ প্ৰধান দুআৰ বিদ্যা, কি তিৰোতা কি পুৰুস সকলোৱেই এই গিয়ান উপাৰ্জন কৰা উচিত, এতেকে আটাইৰে বিদ্যা সিকা জুগুত। জদি তিৰোতাবিলাকৰ গিয়ানি হোআ ইশ্বৰৰ ইচা ন হলহঁতেন, তেন্তে সৰ্ব-সক্তিমান পৰম ইশ্বৰে সিহঁতক পুৰুসৰ নিচি-না গিয়ান আৰ্জিব পৰা বুধি নি দি, মুঠে সা-মান্য জন্তুৰ দৰে ভোক, পিয়াহ, টোপনি দি সৃজিলেহঁতেন; আৰু ইংলণ্ড আদি দেসৰ তি-ৰোতাবিলাকেও পৰ্হিব জানি পুথি ৰচিব নো-আৰিলেহঁতেন। কিন্তু আমাৰ ইশ্বৰৰ এনে অভিপ্ৰাই ন হই, তেঁও তিৰি পুৰুস দুইকে সমানে বুধি দিচে, কেৱল বিদ্যা সিকাৰ সৰহ আৰু অলপৰ নিমিত্তেহে তেঁওবিলাকৰ মাজত গিয়ানি বা অগিয়ানি হই। এতেকে আমি প্ৰাৰ্থনা কৰোঁ, আমাৰ দেসি সকলোএ লৰা চো-আলিৰ মনত এই অপূৰ্ব্ব গিয়ান দিবলৈ জতন কৰোক।

বিদ্যাই মানুহ জাতিৰ সুখ দুখৰ উত্তপত্তি থান। জি দেসত জি পৰিমানে লোকবিলাকে বিদ্যা সিকে, সেই দেসত সেই পৰিমানে লোক সকলে সুখ ভুগে। ইংলণ্ড আৰু অচম দে-

সৰ লোক সকলৰ অৱস্থা চালেই তাৰ স্থিতান্ত পোআ জাব। ইংলণ্ডত বিদ্যাৰ সম্পূৰ্ন আলোচনা থকাত তাৰ লোক সকল আটাই বিসয়তে ভাগ্যৱন্ত; সিবিলাকে বিদ্যা সিকি বানিজ্যক আদুই লৈ নানা দেসলৈ গৈ নানা সুখ ভোগ আৰু নানা বিসয়ৰ কথা প্ৰকাস কৰিছে, কিন্তু বিদ্যা নি সিকিলে এনে সুখো নে পালেহেঁতেন। বিস্তৰ কি কম, তেঁওবিলাক আমাৰ দেসি লোক সকলতকৈ পৰম সুখি। ইংলণ্ডত নানা বিধৰ জিমান কল আছে, আমাৰ দেসত তাৰ হেজাৰ ভাগৰো এভাগ নাই; সেই কলৰ দোআৰাই জিটো কৰম এদিনত হৰ, তাক মানুহে কল নো হোআকৈ কৰিলে এমাহতো কি জানি কৰা টান। লণ্ডন নগৰৰ পৰা কলিকতা নগৰ প্ৰাই ১০,০০০ মাইল দুৰৈত আছে, কিন্তু ভাপ জাহাজে প্ৰাই এমাহ আৰু আঠ ন দিনতে নানা সমুদ্ৰ পাৰ হৈ আহে। কলিকতাৰ পৰা পচিম দেসলৈ ৰেইল ৰদ নামে ভাপৰ গাঁৰি চলাব খুজিছে। এই গাঁৰিৰ এনেহে গুন জে কলিকতাৰ পৰা একে দিনতে কাসিলৈকে জাব পাৰি। বিচাৰি চোআ, জি কাসি এমাহৰ বাট গৈও পাব নোআৰে, এনে কাসি এদিনতে পোআ জাব। চাপাখানা আৰু এক আচৰিত জন্ত্ৰ। এস জন কাকতিএ এদিনে জিমান লিখিব পাৰে, ইয়াত প্ৰাই দুই তিনি ঘণ্টাত তিমান লিখিব পাৰি। গিয়ান বিসয়ে ইংলণ্ডিয়বিলাক আমাতকৈ প্ৰধান। তেঁওবিলাকে আমাৰ দেসি লোকৰ নিতি ধৰমত জি ভ্ৰম আছে, তাক দেখি নো নে হাঁহিব নে? তেঁওবিলাকে নো ভুঁইকঁপক বাসুকিৰ মুৰ লৰা বুলি কব নে? ধুমকেতু দৰ্সনক মহা আপদৰ চিন বুলি মানিব নে! বৰ ভয়ঙ্কৰ বৰ গচত বুৰা ডাঙৰিয়া থকা ঠাই বুলি পুজিব নে? প্ৰৱঞ্চক সকলৰ মুল নো হোআ কথা মানিব নে? চন্ত্ৰ বহ্‌গ মাহত বৰ ধুমুহাক বৰদৈ চিলা বাপেকৰ ঘৰলৈ জোআ বুলি কব নে? তেঁওবিলাকে ই সকল একোকে নে মানে, কিন্তু এই সংসাৰৰ বস্তু সকলক দেখি তাৰ সৃজন কৰোঁতা সৰ্বসক্তিমানৰ গুন জানি মহা সুখে থাকে। সম্প্ৰতি আমাৰ দেসত জি সকল দেসাচাৰ চলিত আছে, তাৰ সৰহ ভাগেই সভা লোকৰ দোআৰাই প্ৰসংসাৰ জোগ্য ন হই। এতেকে সেইবিলাক জিমান দিনলৈকে পৰিবৰ্তন ন হই, তিমান দিনলৈকে আমাৰ দেসৰ মঙ্গল হৱৰ সম্ভাৱনা নাই। এতেকে বিদ্যাৰ চৰনত ন পৰিলে এই সকল দুখৰ মোচন হৱৰ আন উপাই নাই। ইয়াকে বিবেচনা কৰি আমাৰ দেসৰ লোক সকলে অবিদ্যাক কাতি কৰি থৈ বিদ্যাৰ চৰনত সৰন লোআ। তেঁও দিনে আমাৰ উপকাৰি বন্ধু এই সংসাৰত নাই। ইতি।

কলিকতা, ১৭ আগষ্ট, সন ১৮৫৩।

কলিকতা নগৰত থকা তোমোলাকৰ বন্ধু
এজন অচমিয়া লোক।

---

## ঢাকাৰ মল মল কাপৰৰ বিবৰন।

Manifacture of Dacca Muslins.—Concluded.

"মল মল খাচ" কাপৰ মচলমানৰ ৰজাবিলাক অধিকাৰ হৈ থকা সময়ত তাক ৰজাৰ পৰিয়ালবোৰেহে বেৱহাৰ কৰিচিল, সেই কাৰনে তাৰ নাম "খাচ" ৰখা হৈছিল। তাৰ দিৰ্ঘত ১৮০০ স গচ সুতা থাকে, আৰু তাৰ আধা থানটৰ জোখত ৮ টকা ৵ আদ মহা হই। সেই থান হাতত পিন্ধা আঙুঠিৰ মাজে দি একো দুম ন কৰাকৈএ সৰকাব পাৰে। তাক বওতেও চ মাহ লাগে, আৰু মুল্য এস ডেৰ স টকা হই।

"চৰকাৰআলি" নামে এবিধ কাপৰ আছে, সি আগৰ মজলিয়া। ৰজাৰ মন্ত্ৰি আদি প্ৰধান লোকবিলাকে ইয়াকে বেৱহাৰ কৰিচিল, আৰু দিৰ্ঘত ১৯০০ স গচ সুতা থাকে।

"জুনা" নামেৰে এবিধ কাপৰ আছে, সি অতি মিহি, তাক পিন্ধিলে গাত কাপৰ আছে বুলি নে জানে। ইয়াৰ উপমা দিবলৈ গাঁজ নামেৰে জি প্ৰধান কাপৰ সিও অতি ডাঙৰহে হই। ইয়াৰ দুহতিয়া পুতলেৰে অতি ভাল কাপৰৰ দিৰ্ঘত ২০০০ হেজাৰ গচ সুতা থাকে। এই কাপৰ মচলমান ৰজাবিলাকৰ মহিসি আৰু নাচনিয়াৰবোৰে বেৱহাৰ কৰে; আনবিলাকে

ইয়াক বেৱহাৰ ন কৰে। কিয়নো পুৰনি বৌধ সাস্ত্ৰত এই কাপৰৰ বেৱহাৰ ভিখোতাবিলাকৰ নিমিত্তে নিসেধ আছে। তাবৰ্নিয়ৰ চাহাবে লিখিছে বোলে মচলমান ৰজাবিলাকৰ আগাৰ বাহিৰে কোনো বেপাৰি মুদৈবোৰে এই কাপৰ কিনি আন ঠাইলৈ নিব নোৱাৰে।

"ৰঙ্গ" দিয়া কাপৰ আগৰ দৰেই, কেৱল বোৱাৰ বিভিন্নে সুকিয়া; ইয়াৰ দিৰ্ঘত ১২০০ ন গচ সুতা থাকে।

"আবৰওয়া" নামেৰে এবিধ অতি প্ৰধান কাপৰ। ইয়াৰ নিচিনা চোঁচ মিহি কাপৰ আৰু কেতিয়াও হোৱা নাই। তাৰ দিৰ্ঘত ৭০০ ন গচ সুতাহে থাকে। মচলমানবিলাকে ইয়াৰ চোঁচ গুন সোঁত পানিৰ নিচিনা গিয়ান কৰি ইয়াক "আব" বাৰি "ৰওয়া" সুন্দৰ গতি এই পদৰি নাম দিছিল। এই কাপৰৰ নিমিত্তে কোৱা আছে, এক সময়ত আওৰঙ্গজেব বাদসাহে আপোনাৰ জিএকৰ গাৰ বৰন কাপৰৰ ওপৰে ওলাই থকা দেখি, তেঁওক নিন্দা বচন বোলাত তেঁও কলে বোলে, হে পিত্ৰি. সাত তৰপ কাপৰ পিন্ধিছোঁ, তথাপি মোক কিয় তিৰস্কাৰ কৰে।"

"খাচা" নাইবা "জঙ্গল খাচা" এই কাপৰ আগেএ সোনাৰ গাঁৱত জুগুত হৈছিল। ই আনবিলাক মল মল কাপৰতকৈ ঘন, আৰু বৰ চিকন, তিনি হাত পুতলেৰেও খাচা পোৱা হই।

"চৰনা" নামেৰে এই মল মল কাপৰ অতি সুন্দৰ মনোহৰ। ইয়াক ৰাতি বননি ঠাইত মেলি পেলাই থলে সি নিয়ৰত তিতিলে পাচ দিনা ৰাতি পুৱা দেখা নে পাই; পাচে লাহে লাহে বেলি উঠি অহাত নিয়ৰ সুকাই গলেহে তাক আকও দেখা হই। সকলোতকৈ উত্তম, চৰনৰ দিৰ্ঘত ৭৮০ গচ সুতা থাকে।

বি৹ স৹



## স্বৰগ।

Heaven of the Hindoo, and Christian

"স্বৰগ" এই সবদ সুনা মাত্ৰকে হিন্দু লোকে অতি অৱহেলা কৰে, কিয়নো সিবিলাকৰ সাস্ত্ৰ মতে স্বৰগ থানক ইন্দ্ৰ পুৰি বুলি কই। সেই ইন্দ্ৰ পুৰি এই অধম জগতৰ নিচিনা; ইয়াত কেনেকৈ বেস্যা আদি নানা কুকৰম আছে, ইন্দ্ৰ পুৰিতো বহু অপেস্বৰি অৰ্থাত বেস্যা তিৰি আছে, তাতে সিইতে সেতেকৈ সকলো দেৱতা গনে কুচিত্ৰ অভিলাস আচৰে এই ৰূপে প্ৰিথিবিৰ নিচিনা সেই ইন্দ্ৰ পুৰিতো পাপি পুন্য সমান বুলি হিন্দু সাস্ত্ৰে বৰ্ণানে। কিন্তু খ্ৰিষ্টিয়ান সাস্ত্ৰ মতে জাক স্বৰগ বোলে, সেই থান ইন্দ্ৰ পুৰিৰ নিচিনা ন হই। এই নিমিত্তে হিন্দু সাস্ত্ৰত জাক স্বৰগ বোলে, আৰু খ্ৰিষ্টিয়ান সাস্ত্ৰত জাক স্বৰগ বোলে, এই দুয়ো চাইৰ মাজত জিমান বিভাগ আছে, তাৰে কিচু কথা পাঠকবিলাকৰ আগত জনাব খোজোঁ। প্ৰথমতে হিন্দু সাস্ত্ৰে কোৱা স্বৰগ হলে বিনাসি, কিয়নো মহা প্ৰলয়ৰ কালত সি নষ্ট হব; কিন্তু খ্ৰিষ্টিয়ান সাস্ত্ৰে প্ৰকাস কৰা জি স্বৰগ, সি অবিনাসি, অৰ্থাই আৰু অলৰ থান। ইন্দ্ৰ পুৰিত পাপ আছে কিন্তু স্বৰূপ স্বৰগত কোনো পাপ নাই; ইন্দ্ৰ পুৰি জি স্বৰগ, তাক এবেলি সৃজন কৰা হোৱাত তাৰ আদি আছে, আৰু অন্তো হব, কিন্তু স্বৰূপ জি স্বৰগ, তাৰ আদি নাই, অন্তো ন হব। হিন্দুবিলাকৰ স্বৰগত সুৰ্জ চন্দ্ৰৰ পহৰে প্ৰকাস কৰে, কিন্তু খ্ৰিষ্টিয়ান লোকৰ স্বৰগত সুৰ্জ চন্দ্ৰৰ কোনো পহৰ নাই, অকল প্ৰভু পৰম ইস্বৰ, আৰু মেৰ পোৱালি, অৰ্থাত পাপিৰ নিমিত্তে প্ৰান ত্যগন কৰা প্ৰভু য়িচু খ্ৰিষ্টেই তাৰ পহৰ। ইন্দ্ৰ পুৰি স্বৰগত পাপি লোকে জদি পুন্যৰ দোৱাৰাই কেনেবাকৈ সোমাই, তেও পাচত পুন্য ভোগ কৰি এঁটালে পুনৰাই তাৰ পৰা খহি পৰে; কিন্তু স্বৰূপ স্বৰগত জেতিয়া কোনো পাপি লোকে পৰিত্ৰান পাই সোমাব পাৰে, তেতিয়া আৰু কোনো জুগতো তাৰ পৰা খহি ন পৰে। হিন্দু সাস্ত্ৰে প্ৰকাস কৰা

ৰৰগৰ সুখ প্ৰিথিবিৰ সুখৰ নিচিনা, কিন্তু খ্ৰিষ্টিয়ান সাস্ত্ৰে প্ৰকাস কৰা জি ৰৰগ, তাৰ সুখ সাস্ত্ৰে কোৱা মতে "মানুহৰ চকুৱে কেতিয়াও দেখা নাই, কানেৰেও সুনা নাই, আৰু মনতো নো সোমাল," আৰু মানুহৰ ভাসাৰেও তাৰ সুখৰ কথা বৰ্নাব নোৱাৰে; আৰু সাস্ত্ৰত জি জি সুখৰ কথা লিখা আছে, সেয়ে অকল প্ৰিথিবিৰ সুখৰ নিচিনাকৈহে তুলনা দিছে; সম্পূৰ্ন ৰৰগ সুখৰ কথা তুলনা দিবলৈ জগতত একো বস্তু নাই। আৰু সেসতে হিন্দু লোকৰ ৰৰগত ইন্দ্ৰ আদি দেৱতাবিলাক থাকে, কিন্তু খ্ৰিষ্টিয়ান লোকৰ জি ৰৰগ, তাত প্ৰভু পৰম ইশ্বৰ আৰু তেঁওৰ পবিত্ৰ দুতবিলাকে নিবাস কৰে। তাতে ইশ্বৰৰ মহিমা প্ৰৌচিক কৰা হৈছে; তাত ৰাতি ন হয়, আৰু চাকিৰ বা সুৰ্জৰ পহৰৰো প্ৰয়োজন নাই, আৰু সেই ঠাইৰ লোকবিলাকৰ ৰোগ বিয়াধি, ক্ৰন্দন, সোক, আৰু মৰন নাই। কোনো কুকৰম কৰা লোকে তাত সোমাব নোৱাৰে; কিন্তু জিবিলাকৰ বস্ত্ৰ অৰ্থাত পাপ, মেৰ পোৱালিৰ তেজেৰে ধুই নিকা কৰা হল, সিবিলাকেহে তাত ভাগ পাই, আৰু জোগ্য পাত্ৰ হোৱাত ইশ্বৰে সৈতে অহা জোৱা কৰিব। সিবিলাকৰ কোনো সংসাৰিক ভোজন পানৰ প্ৰয়োজন নাই, কিন্তু ইশ্বৰৰ প্ৰেম ৰুপ অম্ৰিত আহাৰ সদাই পান কৰি থাকিব। এয়ে খ্ৰিষ্টিয়ান ধৰমে প্ৰকাস কৰা ৰৰগ। সেই পবিত্ৰ থানত বহু জতন কৰিলেহে সোমাব পাৰে; তালৈ জোৱা বাট সৰহ নাই, অকল ঠেক আৰু সোন বোলা নামে এটা বাট আছে, সেই বাটেই খ্ৰিষ্ট, আৰু তাৰ দুৱাৰ আৰু দুৱৰিও তেঁৱেই; এই হেতুকে খ্ৰিষ্টেই দি ন গলে, কোনো লোকে তাত সোমাব নোৱাৰে।

ৰৰ্গৰ বিনই সুনা মহাসই,
বিবেচনা কৰা চিতে,
স্বৰ্গ থান পুন্য জি পাব সি ধন্য,
স্বৰ্গিগন থাকে তাতে।

অনন্ত সত্যেৰে স্বৰ্গ নিৰ্মান কৰিলে,
সমুদাই ধৰমেৰে তাহাক গাঁথিলে;
নিয়ায়েৰে তাৰ গৰ বান্ধিলে অদ্ভুত,
এই হেতু তাত বাস কৰে ধৰ্ম্ম সুত।

সোনামই আদি সব তাহাৰ ভিতৰ
পহৰ প্ৰকাস কৰে আপুনি ইশ্বৰ।
তাহাৰ মাজত আছে অম্ৰিতৰ নদি,
ন হই বিনাস নিত্যো অনন্ত অনাদি

এক এক মুকুতাৰে এক এক দ্বাৰ,
আপুনি নিৰ্মিলে তাক প্ৰভু নিৰাকাৰ।
প্ৰেমেই তাহাৰ মুল, প্ৰেমে স্তম্ভ তাৰ
প্ৰেমেৰে বান্ধিলে তেঁৱে সৰ্বসক্তি জাৰ।

অথাই অলয় থান সেহি স্বৰ্গপুৰ,
অবিনাসি ৰাজ্য নিত্যো অনাদি কালৰ,
অনন্ত বলেৰে তাক কৰিলে নিৰ্মান,
সেই হেতু বিনাস ন হই নিত্যো থান।

কেৱল সুখৰ ভোগ আছে সেহি ঠাই,
ত্ৰান প্ৰতিফল পাই, দুখ মাত্ৰ নাই।
দুখ, ৰোগ, ম্ৰিত্যু সোক, পিৰা তাপ জত,
ন হই প্ৰবেস তাতে কাহাৰো মনত;

অমঙ্গল কিছু নাহি, মঙ্গলৰ ঘৰ,
সি থানৰ সদা ৰজা পৰম ইশ্বৰ।
সাধু লোকহে তেঁওৰ প্ৰজা আনন্দ অন্তৰে
সকলোৰে হিত চিন্তা দুতগনে কৰে,

স্বৰ্গ প্ৰবেসৰ নাম হৈছে পৰিত্ৰান,
যিচু খ্ৰিষ্ট দ্বাৰ তাৰ সুমাই পুন্যবান।
বিনই কৰিয়া কলোঁ তোমাকে উচিত,
ইয়াতে বুজিয়া দেখা জি কৰ্ম্ম বিহিত;
খ্ৰিষ্টৰ সৰন লোৱা, তেহে স্বৰ্গে জাবা,
নতুবা অনন্ত নৰ্কে অৱস্যে পৰিবা।
খ্ৰিষ্টেহে স্বৰ্গৰ দ্বাৰ, তেঁৱেই দ্বাৰি তাৰ,
তেঁওৰ হাতে সঁচাৰ কাঠি পথ নাহি আৰ।
প্ৰেম ভাৱে কহোঁ সুনা, বিনই বচন,
হেলাতে এৰিবা কিয় এনে মুক্তি ধন?

ন. ল. ফ.

---

আমি স্বৰ্গত কোটি কল্প,
সুৰ্জৰ সমান দিপ্তিমই,
ভুগিলতো অতি অল্প
সুখৰ কাল ন হব থই।



মেৰিকা দিপৰ উত্তৰ, দখিন কোনত ভেৰিং ষ্ট্ৰেইটচ্ নামেৰে সমুদ্ৰ অতি চেৰু, তাতে আচিয়া, আৰু আমেৰিকা এই দুইও দিপ প্ৰাই সংজোগ হৈছে; আৰু পাৰ হৈ দুইও দেসলৈ অহা জোআ কৰিব পাৰে। তাতে অনুমান হই সেই লোকবিলাক আচিয়া দেসৰ পৰা সেই বাটেদি গৈ, আমেৰিকা দিপত বসতি কৰিলে। আৰু সিহঁতৰ ভাসা আচৰনো, আচিয়া লোকৰ কোনো জাতিৰ দৰে হই। ইণ্ডিয়ান লোক-

## ইণ্ডিয়ান নামেৰে আমেৰিকা দেসৰ আদি বাসি লোকৰ কথা।

The Aborigines of America.

প্ৰিথিবিৰ সকলো ভুমি দহ ভাগ কৰিলে, তাৰে তিনি ভাগ আমেৰিকা দেসত পোআ জাব। এনে বৰ দেন আচে আৰু তাত অসংখ্য লোক সমুহ নিবাস কৰিচে বুলি আগেয়ে কোনেও নে জানিচিল। কিন্তু ১৪৯২ সঁকত অৰ্থাত ৩৫৬ বচৰৰ আগেয়ে কলম্বচ নামে অতি মান্যৱন্ত এজন চাহাবে সেই দেস দৰ্সন পাই প্ৰকাস কৰিলে।

তেতিয়া সেই আদি বাসি লোকে বগা মানুহ প্ৰথমে দেখি, সিবিলাক কোন, কৰ পৰা আহিল, ইয়াক বুজিব নোআৰি, তাতে বৰ জাহাজ আৰু বৰ টোপ মৰাত জুই, ধোঁআ, মেঘৰ গৰ্জনৰ দৰে সবদ সুনি অতিসই ৰুপে বিস্মই মানি কলে, বোলে, ইহঁত সুৰ্জ্যৰ সন্তান।

সমুদ্ৰৰ ওপৰত দুবৈৰ পৰা চলি অহা নাও সিহঁতে প্ৰথমে দেখা পোআৰ নকচা ওপৰত দিয়া হৈছে।

সেই আদি বাসি লোক তাম বৰনিয়া কলা, সিহঁতৰ সংখ্যা ৪,৫০,০০০। সিহঁতৰ পুথি বা আখৰ একো নাই কিচিল, এই নিমিত্তে সিহঁতৰ আগৰ বংসাৱলিৰ কথা, আৰু সিহঁত কোন দেসৰ পৰা গল, কি কি ঘটনা হৈছিল, এইবোৰ একো কব নোআৰে। আৰু আ-

বিলাক প্ৰায়ে অথিতি সেবাত বৰ ৰতি, সিহঁতৰ সৰু ঘৰলৈ জদি কোনো অচিনাকি মানুহেই জাই, তথাপি সি দেখা মাত্ৰকে গ্ৰাজ্য হই; আৰু তাত জেতে দিন থাকিবলৈ ইচা কৰে, তেতে দিন উত্তম ৰুপে আহাৰ, বহা, সোআ উপাই বিনা মুল্যে দি ৰাখে; জদি কোনো অথিতিয়ে সত্ৰুৰ ভয়ত আস্ৰই লই, তাক প্ৰান পৰিস্ৰমেও ৰখ্যা কৰে। সিহঁতৰ তিৰোতাবিলাকেহে সকলো কাম কৰে, পুৰুসে কোৰ কুঠাৰ ধৰাৰ ৰিতি নাই, কেৱল সিহঁতে চিকাৰ কৰি মঙ্গহ আদি আহাৰ চপাই, আৰু বনত ফুৰে। এটা পুৰুসৰ অনেক তিৰোতা থাকে, সেই তিৰোতাবোৰ আনৌতে তাইৰ পিত্ৰি মাত্ৰিৰ ইচাৰ বাহিৰে কন্যাৰ ইচাৰে একো নহই, আৰু তাইত নোসোধেও; জেনেকৈ, আমাৰ দেসত গৰাকিএ গৰু মহ বেচে, সেই দৰে সিহঁতবো চোআলিবোৰ দিয়ে; তাত বাজেও মুনিহবিলাকে ধঙ্গতে বা আন কোনো কাৰনেই তিৰোতাক ভাল নে পালে, একে বেলিএ খেদি পেলাই। জদি বিভিচাৰ দোস পাই, তেতিয়া তাইৰ নাক, কান কাটে, বা মাৰি পেলাই। সেইয়া তিৰোতাবিলাকৰ বৰ দুখৰ কাৰন হই।

সিহঁতে ধৰম আচৰনত হলে মুৰ্তি সেবা নকৰে; কেৱল এক প্ৰধান পৰম আত্মাক মানে; কিন্তু সিহঁতে বোলে, সংসাৰত জি সকলো

সুখ আছিল, মৰিলে সেই সুখ ৰবগত পাব। ৰবগ চিকাৰি ঠাই, তাত কুকুৰ, পহু আছে; আৰু ইন্দ্ৰিয়ৰ সকলো ভোগ কৰা হয়। সিইঁতে আৰু অনেক হিন দেৱতাকো সেৱা কৰে, আৰু সেইবিলাকৰ সেৱা কৰাৰ কাৰনে ধঁপাত, কাপৰ আদি বস্তু পৰ্ব্বতত এৰে। তাৰু সিইঁতে সাপক বৰ মান্য কৰে, নে মাৰেও, বোলে, মানুহৰ আত্মাৰ নিচিনা সকলো জিব জন্তুৰ আত্মা আছে। সিইঁতৰ মাজত বহু মায়াপি লোক আছে, সেই মায়াপিবোৰেই প্ৰধান বেজ।

ৰনত হলে সিইঁত বৰ বুধিয়ক; সিইঁতৰ ছাটি, ধনু, হিলৈ, আদি ৰনুআ অস্ত্ৰ আৰু উত্তম ঘোঁৰা আছে, জদি কোনো সক্ৰ সিইঁতৰ হাতত পৰে তাক নিৰ্দ্দয়া ৰূপে মাৰে। এনে আচৰিত ৰূপে বেৱহাৰ কৰা আমেৰিকা দেসৰ আদি বাসি সকল আছিল; এতিয়া সিবিলাকৰ মাজত অনেক ইস্কুল হৈছে; আৰু কোনোএ গিয়ান পাই অসভ্য আচৰন এৰি, উত্তম গিয়ানি হবলৈ ধৰিছে। ম.

## বিশ্বাসৰ ফল।

Trust in God in the Hour of Danger.

বাল্টিক সাগৰৰ দখিন কালে ইস্মিদ নামেৰে এজনি বাঁৰি আছিল, তেঁওৰ ঘৰ অতি সৰু হলেও, তথাপি বৰ নিকা, দেখিবলৈকো অতি সুন্দৰ, আৰু ঘাম কালিত তাইৰ বাৰি দ্ৰাখ্যা লতাৰে আৰু আন আন ফুলেৰে ইমান সুঅনি হই, জে মানুহবিলাকে তাকে দেখি বুৰি বাঁৰিক বৰ দুখিনি বুলি নে ভাবে। গধুলি বেলা তেঁওৰ ঘৰলৈ গলে, আপোনাৰ খোঁটালিত বহি আনন্দ মনেৰে ধৰম সাস্ত্ৰ পৰ্হি থকা দেখা পোআ হৈ। বুৰিৰ অলপো চিন্তা নাছিল, কিয়নো ইশ্বৰলৈ ভই কৰি তেঁওৰ মন সদা সৰ্ব্বদাই থিৰ আৰু সন্তোস হৈ থাকে। কিন্তু বাঁৰিএ অকলে আপোনাৰ নিমিত্তে ঘৰ নিকা আৰু সোভিত কৰি সদাই ধই, এনে ন হই, কাৰন নামেৰে তেঁওৰ এটি পুত্ৰ আছিল। সেই সদাই বাৰ্হিৰ লগত বন কৰি আপোনাৰ প্ৰতি পালন কৰি থাকে, আৰু আইৰি পালে তাৰ মন সন্তোস হবৰ নিমিত্তে সদাই সৰু বাৰি আঁওতাই থাকে; কাৰন ৰব বলি হলেও তাঁ মন অতি নম্ৰ আৰু দায়ালু, তাৰ মাকৰ ৰবকৈ প্ৰিতি আৰু মান্য কৰে।

তেতিয়া তাৰ বয়স একুৰি আঠ বচৰ হলেও তাৰ মাত্ৰিকে আৰু ভাৰ্য্যাকো উত্তম ৰূপে পোহন পালন কৰিব নোআৰোঁ, তাৰ মনতে এনে চিন্তা হৈ বিয়া নো হোআকৈএ থাকিল। কিন্তু তাৰ কালিত তাৰ বিবাহ দিয়া হল, তেতিয়া বাৰিৰ সকলো ফুল সুকাই জোআত, কাৰনে চন্দুক সাজি মাটিৰে পুৰ কৰি গুটি পচাই তাৰ ঘৰৰ ভিতৰত থৈছিল, তাতে বদৰ তাপ পাই গুটি গজি বাৰ্হি অনেক বৰনৰ ফুল ফুলিবলৈ ধৰিলে। বিয়াৰ দিনা বুৰি বাঁৰিএ এটা সৰু ভোজ জুগুত কৰি, নিমন্ত্ৰন কৰাবিলাকৰ নিমিত্তে বাট চাই থাকিল। অলপৰ পাচত মানুহবিলাকে বিবাহ দি গিৰ্জ্জা ঘৰৰ পৰা ওলাই আহি, সেই দিন অতি আনন্দেৰে নিয়ালে। কিন্তু হাই, হাই, পাচৰ দিনত মহা দুৰ্ঘটনা আৰু আপদ হলহি। সিইঁতৰ নগৰ জই কৰি লবৰ নিমিত্তে অনেক সেনা আহিছে বুলি সুনা হল; তেতিয়া মানুহবিলাকৰ মনত ভই সোমাল। আৰু সকলো দিন এই ৰূপ ভয়ৰ কথাতে নিয়ালে, আৰু ৰাতি হলত সেই নগৰিয়াবিলাকে পৰ দি আৰু প্ৰাৰ্থনা সখোনৰ বাহিৰে একো কৰিব নোআৰিলে।

পাচে বাঁৰিএ মুখ ঘুৰাই এই কথা বুলিলে, আমাৰ কিহৰ চিন্তা? দেখা, দায়ুদ ৰজাই কৈচে, জিবিলাকে পৰম ইশ্বৰক ভ[illegible], তেঁওৰ দূতবিলাকে সিবিলাকৰ চাৰিও কালে থাকি সিবিলাকক ৰখ্যা কৰে। এই কথা সুনি কাৰনে কলে, আই, তোমাৰ ইমান অধিক বিশ্বাস নে? আমাৰ এই সৰু ঘৰ [illegible]বিলাকৰ হাতৰ পৰা ৰখ্যা কৰিবৰ নিমিত্তে পৰম ইশ্বৰে আমাৰ চাৰিও কালে ৰখিয়া হৈ থাকিব, ইয়াকে তুমি ভাবিচা নে? হাই, হাই, আমি জদি ইমান বিশ্বাস কৰিব পাৰোঁ, তেন্তে আমাৰ কিমান সুভাগ্য হই; কিয়নো মৰনৰ আগেএ

যদি বিস্বাস নে ৰাখোঁ, তেনে হলে বৰ ভয়ৰ কথা। তাৰ মাকে বুলিলে, হে মোৰ প্ৰিয় পুত্ৰ তুমি কেতিয়াও ধৰম সাস্ত্ৰ পঢ়া নাই নে। তোমাৰ স্বৰগত থকা পিত্ৰিৰ আগ্যা নো হোআকৈ এটি টিপচি চৰায়ো মাটিত পৰিব নোআৰে। "বিস্বাসৰ দোআৰাই আগৰ কালৰ মানুহবিলাকে ৰাজ্যক পৰাজই কৰিলে, আৰু ধৰম কৰম কৰি প্ৰতিগ্যাৰ ফল পালে, সিংহৰ মুখো বন্ধ কৰিলে, অগ্নিৰ তাপ নুমালে, তৰোআলৰ মুখৰ পৰা উধাৰ হল, দুৰ্বল হোআৰ পৰাও বলি হৈছিল, জুধত জয়জুক্ত হৈ বিৰোধ হোআ সৈন্যবোৰক খেদালে"। ইয়াত তুমি বিস্বাস কৰা নাই নে? সেই কথাতে কাৰলে একো উত্তৰ ন কৰি, আগৰ দৰে মনত অসন্তোস আৰু বোবাৰ নিচিনা হৈ থাকিল।

মাজ ৰাতিত বতাহ অলপ কম হল, আৰু গিৰ্জা ঘৰত দুই ঘণ্টা মাৰিলে, সিহঁতে সেই ঘণ্টাৰ মাত সুনিলে, কিন্তু ঠিক সেই পৰতে নিলগৰ সেনাবিলাকৰ মাজৰ পৰা বাজনাৰ গান সিহঁতৰ কানত পৰিল; তাতে বৰ ভয়ৰ কাল চাপিলহি, তাকে জানি সেই সৰু পৰিয়ালে একে লগ হৈ ৰহি থাকিল। মাকে আকও পুতেকৰ হাতত ধৰি কলে, একো ভয় ন কৰিবা; পৰম ইস্বৰেই আমাৰ সকলোৰে গৰ আৰু সক্তি। গানৰ মাত নিচয়ে ওচৰ হলহি, আৰু সেনাবিলাকৰ এবাৰে গোটেই নগৰ জিনি ধৰিলে। দুই তিনি মিনিটৰ পাচত মানুহবিলাকৰ কেঁকনি আৰু তাহঁৰ ঘৰবিলাকৰ পৰা জুইএ পোৰাৰ সবদ সুনা হল। তাতে সেই ৰাঁৰিএ আৰু পৰিয়ালে বাহিৰত ৰন হৈছে বুলি নিচয়ে জানিলে। তথাপি সিবিলাকৰ ঘৰলৈ আৰু চোতালৰ আগলৈকো কোনো নাহিল। আৰু এটা মাতো সিহঁতৰ ওচৰত সুনা ন হল, ইয়াত জনা জাই স্বৰগত থকা পবিত্ৰ দুতবিলাকে সিবিলাকৰ ঘৰৰ চাৰিও ফালে পৰ দি সিবিলাকক ৰখ্যা কৰিলে। ক্ৰমে ক্ৰমে এৰাও মাত কম হৈ গল; আৰু বতাহো গুচিল। কাৰলে চই সাত ঘণ্টালৈকে বাট চাই সাৱধানে আৰ্চি দুআৰে দি চাই তাৰ মুখৰ আগে. তাহঁৰ চাপৰ সমান হিম পৰি থকা দেখি [illegible] আৰু সেই ৰূপে দেখিলে।

সেই ৰূপ হলত কাৰলে কোৰ এখান হাতত লৈ হিমবোৰ কাটি কাটি বাট কৰি ফুৰিবলৈ ধৰিলে। অহ, তেতিয়া সিহঁতৰ মনত কিমান ভই আৰু কম্পন হল! হিম বৰকৈ সিহঁতৰ ঘৰৰ ওপৰত পৰি সকলোকে ঢাকি পেলালে। সেই হিমেই এটা সৰু পৰ্বতৰ নিচিনা দেখা হল, আৰু তাত মানুহ আছে বুলি কোনোএ বুজিব নোআৰিলে, আমাৰ মনেৰে সিহঁতে সৰ্বোপৰি পৰম ইস্বৰৰ আগত গুপুত ঠাইত আৰু সক্তিমান জনৰ দোআৰাই আস্ৰিত হৈ আছিল। কাৰলে আকও ভিতৰলৈ গৈ তাৰ বুৰি মাকৰ হাতত ধৰি বাহিৰত ফুৰাবৰ নিমিত্তে উলিয়াই আনি মাকৰ আগত কলে, এতিয়া তোমাৰ বিস্বাসৰ ওখ গৰ দেখা। সেই ধৰমি ৰাঁৰি তিৰোতাৰ চকুৰ পানিএৰে পুৰ হৈ স্বৰগৰ ফাললৈ চাই অতি নম্ৰ মনেৰে কলে, হে মোৰ পুত্ৰ, মই তোমাৰ আগত কৈছিলোঁ, তেঁও আপোনাৰ সেৱকবিলাকক সকলো দুখত আৰু আপদত ৰখ্যা কৰিম বুলি অঙ্গিকাৰ কৰিলে, এতিয়া সেয়ে সিধি হল। ত

## বৰ চতুৰ চোৰ।

A cunning Thief.

লুডিআ টেঙ্গৰ মানুহ এটাই লোকৰ চাগলি এটা মাৰি খোআত, তাৰ সজ লোক এজনে অনেক তিৰস্কাৰ কৰি বুলিলে, বোলে, হে ভাই, লোকৰ বস্তু চুৰকৈ খোআ শাস্ত্ৰৰ নিসেধ; পৰকালত সেই চাগলিৰ গিৰিহঁতে তোমাক অপৰাধি কৰিব। টেঙ্গৰে কলে, বোলে, তাত কি ভই আছে? কিয়নো তেতিয়া মই চুৰ কৰা নাই বুলিম। সজ লোক জনে কলে, মিচা মাতিলেই কি সাৰিব পাৰি নে? তেতিয়াই সেই চুৰ কৰা চাগ আহি সাখি হবহি। টেঙ্গৰে কলে, বোলে, ভাল জদি সেই চাগলি আহে, তেতিয়া তাৰ কানত ধৰি তাৰ গিৰিহঁতক সোধাই দিম।

## কামৰুপৰ বুৰঞ্জি, ৮ অধ্যা।

History of Kamrup, Chap. 8.

তাত পাচে মিৰ্জা জাহিনা বৰ কবৈয়নিত বল-হি। অচমৰ বৰুআবিলাকে চামধৰাৰ পৰা বঙ্গালৰ গালৈ মানুহ পঠালে, বোলে, লিবোৰ জে এই ঠাইলৈ আহিচে, বনৰ মনেৰে আহিচে কি, আন কিবা কামে আহিচে? তাক আমালৈ কৈ পঠাওক। বঙ্গালে বোলে, সিবিলাকে জদি বনৰ হস্তি, হাবিৰ আগৰ কাঠ, সোন মৰিচ দিএ, তেন্তে আমি বন ন কৰোঁ; এই কথাকে এটা উকিলত কৈ সত্য কবুল কৰি পঠাব। সেই সময়তে মোমাই তামুলি বৰ বৰুআই অভইপুৰিয়া বাৰুৰতিৰ ভিতৰৰ সনাতনক আনি কটকি কৰি পঠালে; বৰুআবিলাকে বোলে, ৬ মাহৰ পথ তেও তেৰ মাহলৈ দিন দিলেহে সৰ্গদেৱত জনাই সিবিলাকৰ বাঞ্চিত পূৰ্ন কৰিব পাৰোঁ, ইয়াৰ অৰ্থে কি কন্দল কৰিম; নবাবে বোলে, তেৰ মাহ তো আমি এই ঠাইতে ৰম, তুমিও সিঘ্রে সৰ্গদেৱত জনোআ, এই বুলি আমাৰ কটকিক পঠালে। কটকিৰ লগৰ এটা নাও বৈচা পলাই থাকি নবাবত কলে, বোলে, কটকিএ জি কৈচে সকলো মিচা, গৰ আঁওতাই জুধলৈহে দিন লৈচে। এই কথা নবাবৰ মনতে থাকিল; পাচে বঙ্গালক বাধি গৰ প্ৰাপ্তি জুগুত কৰিলে। পাচে অচমে বঙ্গালৰ গালৈ সনাতন কটকিক পঠালে, বোলে, বনৰ হস্তি জি খুজিচে, হস্তি চাৰি লাদকো নি দিঁও; হাবিৰ আগৰ কাঠ জি খুজিলে, কাঠ চাৰি জগা কাঠকো নি দিঁও; আলুক জি খুজিচে, আলুক চাৰি সেনিকো নি দিঁও। এই কথা বঙ্গালে সুনি নাও বৈচাক আগলৈ আনি হাবিদাই সুধি মিচা কথা কৈচ বুলি দুই লিমাৰ মাজৰ আমাৰ চকিৰ আগতে কটকিক পানিত বান্ধি পেলালে। পাচে আমাৰ চকিয়ালে দেখি নাও মেলি পানিৰ পৰা ধৰি তুলি আনিলে। দখিন কোলৰ বৰ বৰুআ চৰ্দাৰ, পানিত পিকচাই চেটিয়া চৰ্দাৰ; তিনি জনা গোহাই চামধৰাত পূৰ্ববতে আচে। প্ৰথমে বঙ্গালে চামধৰাত নাৱে তৰে বৰ গোহাঁইৰ গৰত ধৰিলেহি, তাৰ লগত বজা প্ৰান নাৰায়নো আহিচিল; চাৰি তও বেলাৰ পৰা গধুলিহে এৰিলে, বৰ মাৰি জুধ হল। বঙ্গালৰ সৰে উত্তৰ কোলৰ গৰ খাৰৈ উপচিল, সেই পোনে বঙ্গ এটা আধৰ পিস্থি গৰত উঠিলহি, পাচে অচমে হিলৈএৰে কোবাই মাৰিলে; দখিন কোলে জুধ ন হল। নাৱে জুধে নোআৰিলে, সেই দিনা নোআৰি গধুলি তৰলি পাৰ হৈ বল, ১৫৭০ শঁক, মাহে মাঘ।

পাচ দিনা বঙ্গালে উত্তৰ কোলে চাৰি তও বেলাৰ বাট জুৰি বুৰা গোহাঁইৰ গৰত ধৰিলেহি। আমাৰো তিনি জনা গোহাঁই, ৰুপ সন্দিকৈ, মৰঙ্গিৰ পাতৰ আনো জত ফুকন, বাজ খোআ, হাজৰিকিয়া, সইকিয়া এই সমস্তে প্ৰান টাকি জুঁধ কৰিলে। বঙ্গালৰ জদি ইকৈদ পৰে আৰু কৈদ উঠি ধৰে, এই মতে বাৰম্বাৰ জুজি বঙ্গাল হাৰিল; সৈয়দ খাঁৰি চিপাহিএ মিত্যুকো ন গনি গৰ উঠিলহি, তাক তত কালে মাৰিলে। আৰু দিকৰাই নদি, গৰ খাৰৈ বঙ্গালৰ সৰে উপচিল, আৰু নাৱৰ জুজতো বিস্তৰ বঙ্গাল গুলি লাগি মৰিল। তাতে জুজে নোআৰি তিনি দিন অন্তৰে মিৰ্জা জাহিনা, আহলই খাঁ, আপামামোদ জোমা, মাচুম খাঁ, ইচ পিঞ্জৰ, মিৰচান্দ, প্ৰান নাৰায়ন, ৰামচন্দ্ৰ কাৰ্জি, আৰু উত্তম এই সকলো পলাই গল। পাচে গুআহাটিত বৈ ১৫৭০ শঁকৰ মাঘ মাহত কাজলিৰ দুই বৰুআৰ গালৈ কেমলজান উকিলক পঠাই সন্দেস পত্ৰ সৰ্গদেৱৰ নামে দি পঠালে।

পত্ৰো এই; মহা মহিম শ্ৰীজুত বৰ বৰুআ আৰু চেটিয়া গোহাঁই মহাসয়েসু, সগৌৰৱ লিখনং কাৰ্জঞ্চ, আৰ তোমাৰ ৰাজোনতি হামেচা চাহি, ও পৰং সৰ্গদেৱ শ্ৰী শ্ৰীজুতেৰ থানে উকিল কেমন জান এক আদমিকো ভেজোহে, তোমাৰা দুই জনৰ বকুচিদেত খাতিৰ খুচি হৈৱেক, আৰৰ চৰ্কৰাজ দুই জনেৰ চাখ আৰ্দস্ত কৰিলে শ্ৰী শ্ৰীজুত সৰ্গদেৱ প্ৰসন হৈবেক; অতএৱ আমি তোমাৰ চাগিৰ হৈলোঁ, তুমি আমাৰ চলাহ কৰ। আৰ তোমাৰ দিক্কিৰ বৰ মুদৈ দাউদ আমাৰ মলুকেৰ চামহা

জন সাউদে তৌল বতায়া খৰিদ কৰ, জে স্তৌখ জোখো বস্তু লাগে, সে ভাগায়া পাইদা কৰ ইহা কৰ কার্জ্জ কাম। মালুম হোঁয়ে অধিক কি লিখিম, আপুনি জানন্তা হোঁগা, ইতি জিলকাজ ১৫৬০ শঁক, মাহ ফাগুন ১০ দিন গতে। ইতি সন্দেস ঘোঁৰা ২, চন্দন কাঠ ২ মোন, তাও ২ মুঠা, লাহৰি ২০, পামৰু ৩০, চিট ৫ খন; আৰু বচনে বুলিলে, সর্গদেও বজাক আমি বাব কাটিলোঁ, সর্গদেৱও কৈ আমাক হাট বাট দিওক, এই বুলি উকিল পঠালে; সর্গদেৱে সকলো ঠাইৰ মানুহ আহিব দিলে, পর্বতিয়া নগাও আহিল। পাচে সর্গদেৱে তুলি তাৰ জি বস্তু জাত আনিচিলে, সকলোকে ওলটাই দিলে; সর্গদেৱে তাক অনেক বস্তু জাত টকা বঁটা বাহন দি বিদাই দিলে। পাচে মাচিম খাঁ, মির্জ্জা অহিনা ইইত প্রমুখ্যে ভটিয়াই গল। গুআহাটিত আহলই খাঁক খৈ প্রিতিৰ নিমিত্তে গল, আহলই খাঁ নবাব আহোমৰ সমুখে বল। তাত পাচে বৰ বৰুআ, পিকচাই চেটিয়া, আহলই খাঁএ উত্তৰে বৰ নদি, দখিন কোলৰ অসুৰালি সিমা কৰি সর্গদেৱৰ ঠাইক পত্র সন্দেস দি চেক মেদা কটকিক পঠাই প্রিতি ভাৱে থাকিল।

পত্রো এই; স্বস্তি সকল মঙ্গলাগাৰ বিবিধ গুনালংক্রিত সুৰ নদি সলিলং নির্মল জসোবাসি পৰি পুৰিত কলেৱৰ স্রীজুত বৰ বৰুআ সুচাৰু চৰিত্র বিচিত্র মন্ত্রিবৰেসু, সৌহার্দ পূর্বক লিখনং কার্জ্জঞ্চ, ইথানেৰ কুসল তোমাৰ কুসল মঙ্গল হামেচা বাঞ্চি, পৰং তোমাৰ ফৰমান নজৰেত জানিলোঁ, ন দিন দিন দোস্তি হামাৰ হৈবেক; অতএব তোমাৰ মাজে কিঞ্চিত দিলগিৰনেস্ত আৰ তুমি বুলিচ, উত্তৰে বৰ নদি, দখিন কোলে অসুৰালি, ইতি মধ্যত তোমাৰ আমাৰ নাকলে ফিৰিবেক; আৰ দুই দলৰ গো ব্রাহ্মন সুখে বলে এই ধর্ম্ম তোমাৰ জস প্রতিষ্ঠাতে চে স্বমান দুই হানাৰ জুগাদি হৈলে ও গয়ৰহ মলুকে খোৰমি হৈবেক, আৰৰ বদনাম কিচু না বহিবেক। আৰ তোমাৰ উকিল সনাতন, ও কানু-সর্মা ইহাৰাৰ সঙ্গে ও আমাৰ আদমি চেক মেদা ও তাৰ খাওৰ ও আকাদস তোমাৰ থানে ভেজিতেচি; স্রী স্রী সর্গদেৱৰ থানে হুজুৰ কৰিয়া দস পাঞ্চ ৰোজত ফিৰি পহুচাইবা, এমত হৈলে তোমাৰ আমাৰ কিচু মদিগুতা না ৰহিবেক। আৰ এহাৰাৰ মুখে সমস্তে জানিবা, অধিক কি লিখিম, আপুনি সমস্তে জানা। তোমাৰ নিমিত্তে পত্র সন্দেস, বাপ্তা ১ খন, লঙ্গ ২ মোন, চেনি ২ মোন, ৰুপোআলি পটুকা ৩ গচ, সোনোআলি ৩ গচ, সুগন্ধ বালা ২ সেৰ, জাইফল ১ মোন, ঘোঁৰা ২ টা; ইতি, সঁক ১৫৬১, মাহে মাঘ।

## মধু ৰস।

**Choice Sayings.**

আপোনাত ভাৰসা নে ৰাখি, ইস্বৰত তোমাৰ সকলো ভাৰসা ৰাখা।

পাপি লোকে ইস্বৰৰ সাও পাই, কিন্তু ধৰমি লোকে তেঁওৰ আসির্বাদ পাই।

ইস্বৰে ধৰমি লোকক পালন কৰে, কিন্তু পাপি লোকৰ সম্পত্তি নষ্ট হই।

এলেহুআ মানুহৰ ধন উৰি জাই, কিন্তু বনুআ মানুহৰ বিসই বাঢ়ে।

দাঁতৰ সাল আৰু চকুৰ কুটা জেনে, এলেহুআ বন্দিও আপোন অধিকাৰৰ আগত তেনে।

গাহৰিৰ গাত অলঙ্কাৰ জেনে, নিলাজি তিৰোতাৰো সুন্দৰ ৰুপ তেনে।

ধৰমি লোকে ধন বই কৰিলেও ধনি হই, অধৰমি লোকে ধন সাঁচিলেও নিধনি হই।

মিচলিয়া লোক পৰম ইস্বৰৰ ঘিন বস্তু, সঁচা কোআ লোকে তেঁওৰ আগত প্রিয়।

দুখিয়াক অৱহেলা কৰাই পাপ, কিন্তু দায়া কৰিলে দায়া পাই।

হাতেৰে স্রম কৰিলে লাভ হই, মুখেৰে কোআত অহঙ্কাৰ জনমে।

অহঙ্কাৰিবিলাকৰ সর্বনাস হই, নম্র লোকে ৰখ্যা পাই।

অহঙ্কাৰি লোক সকলোৰে ঘিন লগা, নম্রবিলাকে আটাইৰে আদৰ পাই।

গিয়ানি লোকে বিবাদ ন কৰে, অগিয়ানি লোক বিবাদত থাই।

চল কৰি লোআ বস্তু প্ৰথমে লোআদ, কিন্তু পাচে তিতা হব ।

জি মানুহে মাক বাপেকক সাও দিএ, তাৰ বংসহত কুসল নে থাকে ।

লোকে হিংসা কৰিলে, প্ৰতিহিংসা ন কৰি আপোনাৰ দুখ ইস্বৰত জনোআ ।

ইস্বৰৰ অহিতে আলচ কৰিলে, বিফল হই ।

সকলো মানুহৰ মাজত বিবাহ মৰ্জতাৱন্ত আৰু তাৰ সজ্যা সুচি; কিন্তু বিভিচাৰি আৰু পৰ তিৰি হৰন কৰা লোকক ইস্বৰে দণ্ড দিব ।

ন. ল. ফ.

~

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

### মান দেসৰ বাত্ৰা ।

Burmah.

আগষ্টৰ ১৫ তাৰিখে মান দেসৰ পৰা বাত্ৰা আহিচে । জি বৰ এঁকাল তাত হৈছিল, তাৰ নিমিত্তে বঙ্গাল দেসৰ পৰা বহু চাউল তালৈ নিয়া হৈছিল, তথাপি প্ৰাই সকলো ঠাইতে চাউল আগৰ দৰতে পোআ গৈছিল । সেই নিমিত্তে কোনো কোনো ঠাইৰ লোকে হাবিৰ আলু খাই প্ৰান ৰখ্যা পৰিল, কিন্তু অনেকৰ প্ৰান নষ্ট হল । এই দুখৰ কালত মচলমান বেপাৰি লোকে সকলো চাউল কিনি ৰাখি এঁকালৰ টান দৰত বেচিবলৈ বহু জতন কৰিলে; কিন্তু ইংৰাজি জাহাজৰ পৰা সকলো ঠাইতে তাকৰ দামত বেচি, সেই লুভিয়া বেপাৰিবোৰক তল কৰিলে ।

এতিয়া সেই দেসত সকলো লোকৰ আন এটা দুখৰ কথা আচে; দেসৰ সকলো খনতে ডকাইত ফুৰিচে, আৰু কোনোএ কই, আৱা ৰাজ নগৰৰ পৰা সেই ডকাইতৰ সমুহবোৰে আগ্যা পাই দেসত ফুৰিচে ।

আগষ্টৰ ১৬ তাৰিখে শ্ৰীজুত ডচন চাহাবে ৰাঙ্গুন নগৰৰ পৰা আমালৈ লিখি পঠাইচে, বোলে, মান দেস মিল হল, তথাপি ডকাইতৰ সমুহবোৰৰ পৰা সকলো গাৱলিয়াবোৰে আপদত পৰি আচে । কালি পুআ বেলাত, ইংৰাজি কানুনৰ মতে প্ৰথম বেলি মানৰ পাঁচোটা ডকাইতক একে কাঠতে ফাঁচি অৰা হৈছিল, আৰু সেই নগৰৰ কাটকত এতিয়া ৩০০ কইদি লোকো আচে ।

### চুলতান ৰজাই সৈতে ৰুচিয়া অধিকাৰৰ বিবাদ ।

Russia and Turkey.

বিলাতৰ পৰা অহা সম্বাদ পত্ৰ সকলোএ প্ৰকাস কৰে, তুৰ্কি দেসৰ চুলতান ৰজাই সৈতে ৰুচিয়া দেসৰ অধিকাৰে ৰন কৰিবলৈ উপাই কৰিচে । ৰন কৰাৰ কাৰন এই; তুৰ্কি দেসৰ গ্ৰিক খ্ৰিষ্টিয়ান লোকবিলাকক ৰখ্যা, ঢকা, আৰু সিইতৰ তিৰ্থৰ থানবোৰ মুকলি ন ৰখাৰ নিমিত্তে ৰুচিয়া ৰজাৰ দুত গৈ জি জি কথা কৈছিলে, তুৰ্কিৰ ৰজাই সেই কথাত সম্মত ন হৈ তেঁও ইয়াকে বুলিলে, বোলে, তুৰ্কি দেস কাৰো তলৰ ন হই; ইয়াত থকা প্ৰজাবিলাক জেই বা ধৰমি নোহোক, ৰজাই সিইতক আপুনি ৰখ্যা কৰিব; আন দেসৰ ৰজাই এই কথাত বিচাৰ কৰা বা আগ্যা দিয়া একো সকাম নাই । চুলতান বাহাদুৰে ইংলণ্ড আৰু ফ্ৰান্স ৰজাৰ দুতবিলাকে সৈতে আলচিহে এই উত্তৰ দিলে । আৰু জদি তুৰ্কিয়ে সৈতে ৰুচিয়াই কন্দল কৰেহি, তেতিয়া মহা ৰজা লুই নাপলিয়ন, আৰু ইংলণ্ডেস্বৰি মহা ৰানি চুলতানৰ সহাই হৈ ৰন কৰাব; এই কথাৰ বিচাৰ বিলাতৰ পাৰলিমেণ্ট মহা সভাত হৈচে ।

২৭ আগষ্টৰ সনিবাৰে উত্তৰে পচিমৰে মাজে এটা ধুমকেতু ওলাই চাৰি পাঁচ দিনৰ পাচে নে দেখা হল । ৬॥ ৰজা মানত ওলাই ৭॥ সাত ৰজাত মাৰ জাই ।

ভাটি ৰঙ্গপুৰ জিলাতো এই ধুমকেতু আগষ্টৰ ২৪ তাৰিখে দেও বাৰত লোকবিলাকে দৰ্সন পালে, তাতো চাৰি পাঁচ দিনৰ পাচত অদ্রিস্য হল । দিলি নগৰতো দেখা হল ।

সেই জিলাতে ২ চেপ্তেম্বৰত ধুমুহা ৰৰষুনৰ কোনো চিন নো হোআতো অকস্মাত ৰাতি

দুই দণ্ডৰ সময়ত এনেহে বিজুলি আৰু ঘোৰ মেঘৰ গৰ্জন হল, যে তাতে সকলো লোকৰ বুকু কঁপিবলৈ ধৰিলে, আৰু কোনো কোনো মূৰ্চ্ছিত হৈ গল ।

পূবনি দিচৈই কোঁৱত লৰা চোআলি আদি ৮০ কুৰি মানুহ অকল জৰৰ দোঅৰাই মৰিল। তাৰ মাজত অধিক ধনি লৰা চোআলি, তাৰৰ মানুহ চাৰি পাঁচ জনহে হব ।

এই জিলাত ভাদ আহিন এই দুই জোৰাতে পানি বাঢ়ি বহু লোকৰ ধান নষ্ট কৰিচে, তাতে পাচৰ বচৰত একাল হব বুলি ভই আচে ।

বুৰা গোহাঁইৰ দিনত জি গুপুত ধৰম আ-চৰন কৰাত হেজাৰ হেজাৰ মানুহৰ প্ৰান মাৰিলে, সেই ধৰম এতিয়া আগতকৈ বাঢ়ি গৈচে; আৰু গোসাঁইবিলাকৰ মাজৰো কোনো কোনোএ গুপুতে এই ভিতৰ সেৱা কৰে, আৰু এতিয়াৰ জিবোৰ সিস্য নতুনকৈ ভজাইচে, সিই-তকো এনে ধৰম আচৰন কৰিবলৈ সিখ্যা দিচে । মচলমানবিলাকৰ মাজতো এই ধৰম অধিককৈ বাঢ়ি গৈচে ।

বঙ্গাল দেসৰ ঠায়ে ঠায়ে এতিয়া ভদ্ৰ লো-কৰ তিৰি সকলে বিদ্যা সিকাত মন দিচে, আৰু সিবিলাকৰ স্বামিবিলাকেও আপোন আ-পোন ভাৰ্জাক বিদ্যা সিকিবলৈ অনুমতি কৰি-চে । বিসেসকৈ ভাটি ৰঙ্গপুৰ জিলাত কালিচন্দ্ৰ ৰাই নামে কোনো এজন ভদ্ৰ লোকে "পতি-ব্ৰতোপাখ্যান" নামে এখনি পুথি ৰচনা কৰি চপোআত, এতিয়া তিৰি লোকৰ মাজত তাক বিলাই দিচে । কিন্তু জিবিলাক তিৰিএ আ-পোন হাতে পত্ৰ লিখি সেই পুথি নো খোজে, এনে সকলক পুথি নি দিএ । এই কাৰনে তাত থকা প্ৰাই সকলো ভদ্ৰ লোকৰ তিৰিএ আপোন হাতে পত্ৰ লিখি সেই পুথি পাবলৈ বৰ জতন কৰিচে; এই বাৰ্ত্তা পোআত আমি বৰ আনন্দ পাইচোঁ, এই ৰূপে কোনো এক সুভ কালত আমাৰ অচম দেসৰ তিৰি লো-কেও সেই ৰূপে বিদ্যাত মন দিব বুলি আ-সা কৰোঁ ।

বগুৰা জিলাৰ নওখিলা থানাৰ অধিন এথান গাঁৱৰ ফাগুনানস্য নামে এটা মানুহৰ ঘৰত ৰাতি ৪ কি ৫ টা চোৰে চুৰ কৰিবলৈ গৈ সিন্ধি খানি চোৰ ভিতৰ সোমালত, গিৰিহঁতে সাৰ পাই উঠি চোৰক ধৰিবলৈ জোআত; চোৰে ফাগুনানস্যৰ পেটত মিত কটাৰিৰে খোঁচ মাৰি দিলত, সি পৰি মৰিল । পাচে পুতেক ৰুজবনস্য ধৰিবলৈ কাৰবাৰ কৰাত, তাকো সেই ৰূপে খোঁচ মাৰি বধিলে । থানাৰ পৰা চোৰ বিচাৰি এতিয়ালৈকে পোআ নাই ।

---

## নবেম্বৰ, অৰ্থাত আঘোনৰ পঞ্জিকা ।

**Almanac for November, A. D. 1853. Sal. Sac 1775.**

| নবেম্বৰ | কাৰ্ত্তি | বাৰ | তিথি | দিনমান | নবেম্বৰ | আঘোন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৩ | ৩০ | ১০।৫৯ | ১৬ | ২ | ৪ | ১৬ | ১০।৩৯ |
| ২ | ১৮ | ৪ | ১ | ১০।৫৮ | ১৭ | ৩ | ৫ | ১৭ | ১০।৩৮ |
| ৩ | ১৯ | ৫ | ২ | ১০।৫৬ | ১৮ | ৪ | ৬ | ১৮ | ১০।৩৬ |
| ৪ | ২০ | ৬ | ৩ | ১০।৫৫ | ১৯ | ৫ | ৭ | ১৯ | ১০।৩৫ |
| ৫ | ২১ | ৭ | ৫ | ১০।৫৪ | | | | | |
| | | | | | ২০ | ৬ | ১ | ১৯ | ১০।৩৪ |
| ৬ | ২২ | ১ | ৬ | ১০।৫২ | ২১ | ৭ | ২ | ২০ | ১০।৩৩ |
| ৭ | ২৩ | ২ | ৭ | ১০।৫০ | ২২ | ৮ | ৩ | ২১ | ১০।৩২ |
| ৮ | ২৪ | ৩ | ৮ | ১০।৪৮ | ২৩ | ৯ | ৪ | ২২ | ১০।৩২ |
| ৯ | ২৫ | ৪ | ৯ | ১০।৪৭ | ২৪ | ১০ | ৫ | ২৩ | ১০।৩১ |
| ১০ | ২৬ | ৫ | ১০ | ১০।৪৬ | ২৫ | ১১ | ৬ | ২৪ | ১০।৩০ |
| ১১ | ২৭ | ৬ | ১১ | ১০।৪৪ | ২৬ | ১২ | ৭ | ২৫ | ১০।২৯ |
| ১২ | ২৮ | ৭ | ১২ | ১০।৪৩ | | | | | |
| | | | | | ২৭ | ১৩ | ১ | ২৬ | ১০।২৮ |
| ১৩ | ২৯ | ১ | ১৩ | ১০।৪২ | ২৮ | ১৪ | ২ | ২৭ | ১০।২৭ |
| ১৪ | ৩০ | ২ | ১৪ | ১০।৪১ | ২৯ | ১৫ | ৩ | ২৯ | ১০।২৬ |
| ১৫ | ১ | ৩ | ১৫ | ১০।৪০ | ৩০ | ১৬ | ৪ | ৩০ | ১০।২৫ |

এই অৰুণোদই সিৱান ভগাৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিস্যন চাপাখানাতে চাপা কৰা হৈচে । আগিতে দিলে বচৰত দাম এটকা, বচৰৰ মূৰত দিলে ১॥ টকহা ।

**THE ORUNUDOI,**

**A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.**

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অবুণোদই

৮ বচব। মোং সিবসাগব, নবেম্বব ১৮৫৩। নম্বব ১১।

VOL. VIII. SIBSAGOR: NOVEMBER, 1853. NO 11




## জেনবল চেব চার্লচ নেপিয়ব ম্রিত্যু হোআব বাত্রা।

Sir Charles Napier, the Conqueror of S the Illustrated London News.

চেব চার্লচ নেপিয়ব নামেবে যি জন হিন্দুস্থানব ফৌজব ওপবত প্রধান সেনাপতি হৈছিল, তেঁবে ইংলণ্ড দেসত ২৯ আগষ্ট তাবিখে ম্রিত্যু হল। সেই বসবত আক চালি বসুআ চাহাবব নকচা ওপবত লিখা হৈছে।

তেঁওব জনম ১৭৮২ সঁকব ১০ আগষ্ট তাবিখত হল; মবা কালত বয়স ৭১ বচব হৈছিল। তেঁও ১২ বচব বয়সত এলাইন বাবে ফৌজত সোমাল; ১৮০৩ সঁকত মেজব বাব পালে। সেই কালত ইস্পানিয়া দেসত ফুৰাঞ্চবে সৈন্যত প্রধান বন হৈছিল; কৰুনা নগবব যুদ্ধত তেঁও আপোনাব গাত তিনটা কি চাইটা লোৱাই

নৈতে হাতত হিলৈ নৈ, ফ্ৰান্সৰ ফৌজৰ সমুখলৈ খেদি গল। তেনে সময়তে এটা গুলি তেঁওৰ ঠেঙত পৰি হাৰ ভাঙিলে; তাকে দেখি ফ্ৰান্সি সেনা এটাই পিঠিত চাপেৰিবে তেঁওক খোঁচ মাৰিলে; পাচে তেঁও ঘুৰি সেই সত্ৰুৰ অস্ত্ৰ কাঢ়ি ললে। কিন্তু আন এটাই আহি হিলৈৰ গিদাৰে তেঁওৰ মূৰত খুন্দা মাৰি বিমুৰ্চ্ছিতকৈ পেলালে। পাচে নিচেইকৈ মাৰিবলৈ ধৰাত ফ্ৰাঞ্চিৰ ফৌজৰ নগৰ বাজনা বজোৱা এজনে মৰমকৈ সিইতৰ হাতৰ পৰা টানি নি ৰখ্যা কৰিলে। তেতিয়া তেঁও মৰিল বুলি ইংলণ্ডত বাত্ৰা সুনিলত, তেঁওৰ জি ধন সম্পত্তি আছিল তাক পৰিয়ালবোৰে বাঁটি ললে; পাচে তেঁও ইংলণ্ডত ওলাই দেখা দিলত সকলোএ আচৰিত মানিলে।

পাচে ইস্পানিয়া দেশৰ কৌআ নগৰৰ জুধত ঢুবেলি তেঁও উঠা ২ টা ঘোঁৰা গুলিত মৰিল। আৰু বোচাকো গাঁৱৰ জুধত তেঁওৰ মুখৰ ভিতৰে গুলি সোমাই গালত লাগি ৰল, সেই গুলি লগাৰেই ১০০ মাইলৰ বাট ঘোঁৰাত উঠি গৈ ডক্তৰৰ চাহাবক পাই তেহে গুলি গালৰ পৰা উলিয়ালে। আৰু আমেৰিকা দেশত জুধ কৰিবলৈ গল; পাচে নাপলিয়ন ৰজা কইদৰ পৰা মুকলি হল বুলি সুনি, সেই সেনাপতি চাহাব উলটি গৈ ওআতলু মহা জুধৰ পাচ দিনা ফ্ৰাঞ্চ দেস পালে।

১৮৪১ সনত তেঁও বম্বাই ফৌজৰ সেনাপতি বাব পালে, সেই কালত সিন্দ দেসত ৰন ওলাল, সিইতে সৈতে অতি কঠিন ৰূপে ৰন কৰাত তেঁওক চইতানৰ ভাই বুলি সিইতে নাম দিলে। তেঁওৰ তলে তিনি হেজাৰ মান সেনা মাথোন আছিল, সত্ৰুবোৰৰ পঁচিচ হেজাৰ হৈছিল, তথাপি সিইতে তেঁৱে সৈতে জুধ কৰিবলৈ সাহ ন কৰিলে, তাতে তেঁও ঘুৰি গৈ ইমামঘৰ নামেৰে ৰৰ কোঁঠ সকলো আহিলা সম্পত্তিএ সৈতে ললে।

তাৰ পাচে ১৬,০০০ হেজাৰ বিলুচি সেনাই বন পতাত সিইতৰ লগাই নৌ পাওঁতেই তেঁও সিইতে সৈতে বেগাই ৰন কৰিবলৈ ইচা কৰিলে। কিন্তু জুধৰ দিনৰ আগ ৰাতি সিইতৰ লগাই ২০,০০০ হেজাৰ পালেহি; তথাপি সত্ৰুৰ সেনা ইমান সৰহ হলতো মিয়ানি নগৰত সিইতে সৈতে ১৭ ফেবৰুআৰিত জুধ কৰিলে। সেই মিয়ানিৰ জুধত তেঁওৰ সেনা ২৫০, আৰু ২০ জন সেনাপতি পৰিল; সত্ৰুবোৰৰ পৰিল ৬,০০০ হেজাৰ। তাৰ পাচ দিনা অমিৰ ৰজা ৬ জন আহি তেঁওৰ সৰনাপন্ন হল। সিবিলাকৰ মাজৰ ৰৰ অমিৰ স্যেৰ মহম্মদ হাইদৰাবাদ নগৰত অমিল হৈ থাকিল। পাচে আন সেনা খুজি সেয়ে পাইগৈ মানে, তেঁও বাট চাই থাকিল, পাচে পালত তেঁওৰ সেনা ৫,০০০ হেজাৰ হল, সত্ৰুবোৰৰ ২৫,০০০ হেজাৰ আছিল। ২৪ মাৰ্চত তিনি ঘণ্টা মান জুধ কৰি সিইতৰ বহু সেনা মাৰি হাইদৰাবাদ নগৰ ললে। তাৰে পৰা গোটেই ধন দেস কম্পানিৰ অধিন হল।

১৮৪৭ সঁকত তেঁও ইংলণ্ডলৈ গল, পাচে হিন্দুস্থানি ফৌজৰ ওপৰত প্ৰধান সেনাপতি বাব পাই ১৮৪৯ সঁকত আকও উভতি আহি তেৰ বচৰ মান সেই সেনাপতি বাবতে থাকিল। এই বচৰৰ জুন মাহৰ পৰা নৰিয়া হৈ ২৯ আগষ্ট সোমবাৰৰ ৰাতি পুআ মৃত্যু হল॥

---

## প্ৰধান আৰু ইতৰ লোকক বেৱহাৰ কৰাৰ কথা।

**Conduct toward Inferiors and Superiors.**

মানুহৰ জাব জি দৰেৰে গিয়ান, কৰম, বিদাই, আৰু সু আচৰন থাকে, সেয়ে অধিক কিম্বা অলপেই হওক, আপোন আপোন পদৰ বিনয়ৰ দৰে সিবিলাকে আদৰ পাবলৈ আৰস্যক ৰাখে। এই ৰূপে উকিল আৰু বৈদ্য লোক সকলে উত্তম ৰূপে সিখ্যা পাই গিয়ানত, বিদ্যাত বৰ নিপুন; জদিও সিবিলাকে আপোন আপোন কৰমত বনিক লোকৰ সমান লাভ আৰ্জিব নোআৰে, তেও সিবিলাক মুদৈ লোকতকৈ ৰৰ উপকাৰি আৰু আদৰৰ জোগ্য লোক। গাৰ বলেৰে কাম কৰা জি স্ৰমি লোক, এনে লোকৰ সমান মুদৈ লোকে স্ৰম

ন কৰে, তেও তেনে সুমি লোকতকৈ বানিজ বেৱসাই কৰা লোক বৰ হিত আৰু আদৰৰ জোগ্য লোক। বনিক আৰু সিল্প কৰমকাৰি লোকে জি ধন অধিককৈ লাভ কৰে, সেয়ে বৰ উপকাৰি; কিয়নো তাৰে সৈতে সিবিলাকে অনেক মানুহক চাকৰ ৰাখি জিবিকা দিয়াত বৰ বৰ প্ৰয়োজনিয় কৰম কৰাই, তাতে সিবিলাকো আদৰৰ জোগ্য লোক। আৰু এবিধ তিন স্ৰেনিৰ লোক এই, জি লোকবিলাকে আপোন আপোন মাটি আন লোকক ভোৱনিয়া বাবে দি জিবিকা পাই, এনে লোকেক জমিদাৰ বোলে, এনে লোকে সেই সিল্প কৰমকাৰি আৰু বানিজ বেৱসাই কৰা লোকতকৈ আদৰ পাবৰ জোগ্য লোক। আৰু কিছু লোক আছে জি সৰ্ব সাধাৰন প্ৰয়োজনিয়; জানিবা ধৰম প্ৰচাৰক, বিচাৰ কৰ্তা, জজ, মাজিষ্ট্ৰেট, ইবিলাকেও আপোন আপোন কৰমৰ পদৰ দৰে আদৰৰ জোগ্য লোক।

মানুহৰ মাজত এই ৰুপে মান মৰ্জতাৰে পদ হৈছে। কোনো লোকে আন লোকতকৈ বৰ ওখ পদকে পাইছে, কোনোএ সেইবিলাকতকৈ সৰু পদকে পাইছে, তাতে সকলোৰে সমনিয়া ইতৰ আৰু প্ৰধান লোকো আছে।

জদি কোনো লোকে আপোন নিপুনৰ দোআৰাই, কিম্বা সু আচৰন কৰিবৰ দোআৰাই, নাইবা সৰ্ব সাধাৰন কৰম কৰি ওখ পদ পাই, তেন্তে সিবিলাকক জোগ্য ৰুপে আদৰ দিবলৈ ইতৰ লোকৰ নিজ নিজ উচিত কৰম। কিন্তু সেই আদৰনিয়বিলাকক গোলামৰ নিচিনাকৈ ভৰিত ধৰা আদি কৰম কৰি মানিবৰ কাৰনে তেনে আদৰ ন হই, বা মান্যৱন্ত জনৰ আদৰক চল কৰি কপট ভাৱে মুখেৰে প্ৰসংসা কৰিবৰ কাৰনেও ন হই। প্ৰত্যেক জনেই জেনেকৈ নম্ৰৱন্ত হুওক, সিবিলাক সকলোএ আদৰনিয় হোআত লোকক চাটু কৰিব নে লাগে।

স্ৰেষ্ঠ লোক সকলেও ইতৰ লোকৰ পৰা বলেৰে অনিয়াইকৈ অনুচিত মতে আদৰ লব নে লাগে, কিন্তু সিবিলাকক দায়ালু ৰুপে বেৱহাৰ কৰিব লাগে। মনুস্য হোআত সকলোএ হৈয়ে সিয়ে ভাই হৈছে; তাতে প্ৰতি জনৰ আপোন আপোন পদানুসাৰে আদৰ বা সম্ভ্ৰম আছে। এই ৰুপে স্ৰেষ্ঠ লোকৰ পৰা ইতৰ লোকে জেনেকৈ আদৰ পাই, তেনেকৈ ইতৰ লোকেও বৰ লোকৰ পৰা আদৰ পোআত সিবিলাকক জোগ্য মতে আদৰ দিব লাগে। জি আপোনাতকৈ সৰু লোকক তুচ্য জাও কৰে, সি সেই তাৰ পদৰ জোগ্য ন হই, কেৱল ইয়াকেহে দেখাই; আৰু ই পোনেও জি আপোনাতকৈ প্ৰধান লোকক সদাই হিংসা ভাৱে নিন্দা কৰি ৰটি থাকে, সিও আপোনাৰ মন হিংসক আৰু নিচেই অধম, কেৱল ইয়াকেহে প্ৰকাস কৰাই।

জদি কোনো চাকৰে কোনো গৰাকি বা গৰাকিনিত কোনো ঠাৰৰ কৰা দিনলৈকে দৰমহা ধনৰ নিচই কৰি কাম কৰে, তেন্তে সেই চাকৰে সেই অধিকাৰ বা অধিকাৰিনিৰ কাম আদৰেৰে বেৱহাৰ কৰি সিবিলাকক সম্ভ্ৰান্ত ৰুপে মানিব লাগে; সেই অধিকাৰেও সেই চাকৰক সিষ্ট আৰু দায়ালু ৰুপে বেৱহাৰ কৰিব লাগে।

জদি চাকৰে আপোন গৰাকিৰ পৰা তেনে উত্তম বেৱহাৰ পাই, নিচইকৈ তেন্তে চাকৰেও গৰাকিৰ কাম বৰ ইচাৰে উত্তম মতে কৰিব। চাকৰে গৰাকিৰ পৰা তেনে উত্তম বেৱহাৰ পোআত সিবিলাকলৈ ধনৰ দৰমহা কাৰনে কাম ন কৰি কেৱল প্ৰেমৰ কাৰনেই কৰে, এনেহে আসক্ত হোআ উচিত। আৰু কোনো কোনো বাৰ গৰাকিৰ উত্তম বেৱহাৰৰ কাৰনে চাকৰে আপোন প্ৰানকো দিলে।

অতি সভ্য লোকৰ দেসত চাকৰে বচেৰেকলৈ নাইবা অলপ দিনলৈকে গৰাকিৰ লগত বন্ধ হৈ থাকে, পাচে জেতিয়া নিৰ্বন্ধ দিনৰ সেস হই, তেতিয়া সি মুক্তি হৈ জলৈকে ইচা কৰে, তলৈকে জাব পাৰে। কিন্তু কোনো দেসত চাকৰ আছে, জাক গোলাম বোলে; আমেৰিকা দেসৰ নিগ্ৰো লোক থকা ৰুপে জানিবা। সিবিলাকৰ মাক বাপেক জদি গোলাম আছিল, তেন্তে তাৰ লৰা চোআলিবোৰো আগলৈ গোলাম হৈ থাকে। জেনেকৈ আমাৰ দেসত ৰক্ত পুহি-

লে সি আমাৰ সম্মতি হোআত তাৰ পোআলিও আমাৰ সম্পত্তি হই, আৰু জতে ইচা জন্ত সি বেচিব পাৰি, সেই দৰেৰে সেই নিগ্ৰো লোক জানিবা। এনে গোলামে ধন আৰ্জি গৰাকিৰ পৰা মুক্তি নি কিনে মানে, নাইবা জিমান দিন জিয়াই থাকে, তিমান দিনলৈকে গৰাকিৰ সম্পাতি হোআত গৰাকিএ জি হুকুম দিএ তাকে কৰিব লাগে। নিয়াই চিন্তা কৰা লোকৰ বিবেচনাত হলে এই কথা অনুচিত। জদিও কোনো লোকে গোলাম ৰাখে, তেন্তে সেই লোকৰ উচিত, জেন আপোনাৰ কঠিন স্বভাৱক নম্ৰ কৰি দায়ালু ৰূপে গোলামক ৰাই। গোলামেও তেনে আচৰনত অধিকাৰলৈ প্ৰেমৱন্ত আৰু বিশ্বাসি হব পাৰে। ব. ন.

☞ এই ওপৰত দিয়া কথা অৰুনোদইত চাপিবৰ নিমিত্তে তেজপূৰৰ পৰা গিয়ানি এজনে আমালৈ পঠাইচে, সেই নিমিত্তে চপা হৈচে। কিন্তু কোন কোন প্ৰধান, কোন বা ইতৰ, তাক থিৰ কৰিবলৈ কিচু কঠিন। আমাৰ বিবিচনাত ৰজা আৰু অধিকাৰ সকলৰ বাহিৰে, খেতিয়ক লোকতকৈ প্ৰধান নাই; কিয়নো সিবিলাকে জিবিকা আৰ্জি মানুহৰ প্ৰানক ৰখ্যা কৰে। ।

## তিৰোতাক বধ কৰাৰ কথা।

Trial for Murder.

ৰঙপুৰ বাৰ্তাবহত এই কথা প্ৰকাস কৰিচে। মেই মাহৰ ২৭ তাৰিখে এটা বধ কৰা গোচৰৰ শ্ৰীল শ্ৰীজুক্ত গৱৰ্মমেণ্ট ফৈৰাদি সদৰ নিজামত আদালতে সত্ত বিচাৰ কৰি আগ্যা দিএ। কালি কি ক্ৰিস্নৰগৰ জিলাৰ ভিতৰৰ গোকুলনাথ মিত্ৰ পেস্কাৰে কোনো সমই আজৰি পোআত তেঁওৰ তিৰোতা বাপেকৰ ঘৰত থকাত তেঁও সহুৰেকৰ ঘৰলৈকে গল। আৰু ঘৈনিএকক আপোনাৰ ঘৰলৈ আনিবৰ কাৰনে সহুৰেকত সুধিলে; তাতে সহুৰেকে কলে বোলে, তুমি ৬।৭ দিন ইয়াত থাকি গলেহে মই সন্তোস পাঁও; গোকুলনাথেও সেই কথা-সম্মত হৈ তাতে থাকিল।

পাচে গোকুলনাথে সেই ঠাইতে থাকি দেখিলে, দেখে, তেঁওৰ তিৰোতাই মাজে মাজে পৰ পুৰুসে সৈতে হাঁহি মাতি থাকে, তাতে গোকুলনাথৰ মনত ৰৰকৈ সংসই লাগিল। আৰু তেঁও কোনেও ন জনাকৈ অনুসন্ধান কৰি কৰি চাই জানিলে, জে তেঁওৰ তিৰোতাৰ দু মহিয়া কি তিনি মহিয়া গৰ্ভ হৈচে, তেতিয়া তেঁওৰ মন উগুল থুগুল হবলৈ ধৰিলে। এদিন গোকুলনাথ মিত্ৰই কোনো এঠাইত ৰাতি নাচ গান চাবলৈ গৈচিল, পাচে ৰাতি অনেক থনি হলত তেঁও ঘৰলৈ আহি, দুআৰ মেলি দিবলৈ ঘৈনিএকক মাতিব ধৰিলে; তাতে তাই বেগতে উঠি আগেএ ঘৰৰ পাচ দুআৰ মেলি, চুৰকৈ তায়ে সৈতে খোআ লোআ কৰা জগবন্ধু বন্দোপাধ্যাইক বাহিৰকৈ দি, পাচে আগ দুআৰ মেলি স্বামিএকক মাতাৰ ঠাকুৰ বুলি ভিতৰলৈ সুমালে। গোকুলনাথে বেল্যালি বন্দোপাধ্যাইক ঘৰৰ পৰা বাহিৰ ওলাই জাৱৰ আপোন চকুএ দেখি ঘৈনিএকত সুধিলে, বোলে, বন্দোপাধ্যাই ইয়ালৈ কি সকামে আহিচিল? তাতে তাই কলে, বোলে, কতা, কতা? তেতিয়া গোকুলনাথে বুলিলে, বোলে, হাততো দৈ, পাততো দৈ, তথাপি কয় কৈ কৈ, ইয়াকে বুলি দা, জাঠি আদি বিচাৰি একো নে পাই, এডাল লাখুটি লৈ দুস্ট তিৰোতাক এনেহে মাৰিবলৈ ধৰিলে, জে তাইৰ প্ৰান বিজোগ ন হল মানে কদাচিতো খেমা ন কৰিলে। পাচে মৰিলত সটো বাহিৰলৈ টানি উলিয়াই ঘৰৰ মানুহ আৰু ওচৰ চুবুৰিয়াবোৰক মাতি আনি কলে, বোলে, মোৰ তিৰোতাৰ বিভিচাৰ দোস মই আপোন চকুএ দেখি তাইৰ প্ৰান দণ্ড কৰিলোঁ।

সেই গোচৰ দস্তুৰ মতে বিচাৰ হৈ, তাইৰ নিমিত্তে চেস্যন আদালতলৈ পঠাই, তাত মৌলবি পণ্ডিতবিলাকৰে বিচাৰ কৰ্তাবে তাই একে নো হোআত মোকৰ্দমা সদৰ নিজামত আদালতলৈ পঠাই, তাতে বিচাৰ পৰ কৰি লোআ নি দিয়া বন ন কৰাকৈ গোকুলনাথ মিত্ৰক পাঁচ বচৰ কইদত থাকিবলৈ আগ্যা দিলে।



The Craig Telescope at Wandsworth Common—From the Illustrated London News.

## অতি দুৰৈৰ ঠাইলৈ দেখা জন্ত্ৰৰ কথা।

**Account of Telescopes.**

দুৰৈত থকা বস্তু দেখিবৰ নিমিত্তে মনুস্যৰ বুধিৰ উপাইতে জি তেলেস্কোপ জন্ত্ৰ নিৰ্মান হৈছে, সি সকলোৰে সৰ্ব্ব সাধাৰন ৰূপে হস্তকাৰি হই। ১৩০০ শকত ফলৰেন্তিয় চালৰিনো নামেৰে এজনে প্ৰথমে চস্মা অৰ্থাত দিব চকু নিৰ্মান কৰিবলৈ আৰম্ভন কৰিছিলে। তাৰ বহু কালৰ পাচত সেই দুৰৈলৈ দেখা আৰু সৰু বস্তু দেখা জন্ত্ৰ নিৰ্মান হল। হলণ্ড দেসৰ মিডলবৰ্গ নগৰত এজন দিব চকু নিৰ্মান কৰাৰ পুতেকে আপোনাৰ বাপেকৰ কৰম কৰা সালত ধেমালি কৰি আছিল, পাচে সি আপোনাৰ দুই হাতে বুৰা আঙ্গুলি আৰু তাৰ গুৰিৰ

তৰ্জনি আঙুলি দুই আঙুলিৰে দো ভোখৰ কাঁচ ধৰি, কেতিয়াবা সমান কেতিয়াবা বহা টুটা, কেতিয়াবা ওচৰলৈ কেতিয়াবা দুৰৈকৈ, এই ধৰেৰে এটা সেৱা কৰা ঘৰৰ ওপৰত থকা এটা কুকুৰাৰ মূৰ্ত্তিক চাঁওতে চাঁওতে অকস্মাত তাৰ ওচৰতে সুন্দৰ ৰূপে দেখিলে। সি এই কথা আপোনাৰ বাপেকত কলে, বাপেকে অতি আচৰিত গিয়ান কৰি দুই ভোখৰ কাঁচ লৈ চাই সেই ৰূপে দেখি, কাঁচ দো ভোখৰ এচলা পাটৰ ওপৰত এনে উপায়েৰে থাপনা কৰিলে, জে তাৰে ওচৰ আৰু দুৰৈৰো বস্তু দেখিব পাৰে। এই ৰূপে তাৰে পৰা দুৰৈত থকা বস্তুক ওচৰত থকা বস্তুৰ নিচিনা দেখা হই, এনে জন্ত্ৰ প্ৰথমে নিৰ্মান হল। আৰু তক্কানি দেসৰ গালিলিয় নামেৰে এজন বিদ্যাৱন্তে এই কথা সুনি, সেই ৰূপে এক জন্ত্ৰ নিৰ্মান কৰিবলে আৰম্ভ কৰিলে। পাচে তেঁও এটা ডাঙৰ দিঘল চুঙাৰ দুই মূৰত দো ভোখৰ কাঁচ সুমাই এক দুৰৈলৈ দেখা জন্ত্ৰ নিৰ্মান কৰিলে। পাচে সেই জন্ত্ৰেৰে আকাসৰ চাৰিও কালৰ নক্ষত্ৰবিলাক দেখিবলৈ ধৰিলে। তাতে ব্ৰিহস্পতি গ্ৰহৰ চাৰি ফালে চাৰি চন্দ্ৰ আচে, আৰু সুৰ্জ্যৰ ওপৰত কলঙ্ক আচে, আৰু চন্দ্ৰত পৰ্ব্বত আৰু তৈয়াম আচে, আৰু আকাসত চকুৰে নে দেখা অনেক প্ৰকাৰ তৰাও আচে, এই সকলো দেখিবলৈ পালে। ১৬১০ সঁকত এই দুৰৈলৈ দেখা জন্ত্ৰ নিৰ্মান হোৱাৰ অলপ দিনৰ পাচত এই সকলো কথা প্ৰকাস হল। তেতিয়াৰে পৰা আজিলৈকে সেই দুৰৈল দেখা জন্ত্ৰ লাহে লাহে উত্তম ৰূপে নিৰ্মান হৈচে, ইয়াতে ইশ্বৰৰ জি আকাসৰ অতি দুৰত থকা আচৰিত কৰ্ম্ম সকল মনুস্যবিলাকে নে দেখা আৰু ন জনা আচিল, এতিয়া সেই লোবিলাক এই জন্ত্ৰৰ দোআৰাই দেখা আৰু হল।

আমি এই দুৰৈল দেখা জন্ত্ৰ ৰূপ বাহনেৰে বেগতে অতি দুৰৈ চাই পাৰগৈ পাৰোঁ অৰ্থাত দেখিব পাৰোঁ। হৰ্শ্চেল চাহাবে কৰা দুৰৈলৈ দেখা জন্ত্ৰেৰে বস্তুবিলাক চ হেজাৰ গুন ডাঙৰ দেখা হই, আৰু সেই জন্ত্ৰেৰে তেকৰত্ন সনি গ্ৰহক আমি সুন্দৰ ৰূপে দেখিবলৈ পাঁও; অৰ্থাত ১৮০০ বচৰ পৰ্জ্জন্ত তেঁওৰ ওচৰৰে ক্ৰমে গৈ থাকি এক এক ঘণ্টাত ২৫ পচিচ ক্ৰোচৰ বাট গমন কৰি সৰ্ব্ব মুঠে ৪০ চলিচ কোটি ক্ৰোচৰ বাট গৈ আমাৰ চালৰ চকুৰে সনি গ্ৰহক জেনে ৰূপে দেখিমগৈ, তেনেকৈ এই জন্ত্ৰেৰে চালেই দেখোঁ। আৰু আকাসত থকা আন আন নক্ষত্ৰবিলাকৰ সৰিল লেখিব নোৱৰা সংখ্যাৰে আৰু অতি বহুল থান দেখিবলৈ পাঁও। আৰু আমি জদি আকাসলৈ দুই খৰ্ব্ব ক্ৰোচৰ বাট উঠি জাঁও, তথাপি চালৰ চকুৰে ইয়াতকৈ অধিক ভাল ৰূপে দেখিবলৈ নে পাঁও। কিন্তু হিলৈৰ গুলিৰ সমান আমাৰ জোআৰ বেগ হলেও এতে খিনি ক্ৰোচৰ বাট জাবলৈ আমাৰ বচৰেৰে এক কোটি বচৰ লাগে। দিব্য দুতবিলাক আৰু স্বৰ্গৰ পাৰিসদবিলাক বেগাই জোআৰ নিচিনাকৈ আমি বেগাই জাবও নোআৰোঁ, এই নিমিত্তে পৰম ইশ্বৰে আমাক এই জন্ত্ৰ দিচে, তাৰ দোআৰাই আমি দুৰত থকা বস্তুবিলাক দেখিবলৈ পোআ হই; এই কাৰনে জি সকলে এই দুৰৈলৈ দেখা জন্ত্ৰক ইশ্বৰে দিয়া বুলি মানি কই, সেই সকলে অতি সত্ত কথা কই।

সি কালে লিখা তেলেস্কোপ ইংলণ্ড দেসত ক্ৰেগ নামে এজন পাদুৰি চাহাবৰ নিমিত্তে জোআ বচৰত নকৈ কৰা হৈচে। সকলো দুৰ্বিনতকৈ সি অতি ডাঙৰ আৰু ভালো। তাক তুলি ৰাখিবৰ নিমিত্তে ৪০ হাত ওখ, ১০ হাত বহল, এনে এটা কাৰেঙ্গ ঘৰ পকিকৈ সাজিচে। দুৰ্বিনৰ জোখ দিঘলে ৫৭ হাত, মেৰে ৯ হাত, তাক লোহাৰে সজা হৈচে; তাৰ ভিতৰে কলা বৰন দিচে, বাহিৰে সুন্দৰ ৰূপে জিলিকি থাকে। চন্দ্ৰ, সুকুৰ, সনি আদি গ্ৰহবিলাকক ভালকৈ দেখে, আৰু চন্দ্ৰত ডাঙৰ ঘৰ থকা হলে তাকো দেখিব পাৰিলেহেঁতেন। চন্দ্ৰত নিবাসি লোক আচে বুলি, কোনো কোনোএ আন্দাজে কই, কিন্তু এতিয়ালৈকে তাত কোনো জিয়া প্ৰানিৰ চিন দেখা ন গল।



## ভাল ৰূপে কাকত পৰ্হাৰ নিয়ম ।

Directions for Reading.

অসম দেসৰ বালক সকলৰ প্ৰতি নিবেদন ।

প্ৰিয় বন্ধু সকল,

তোমোলাকে জেতিয়া জি কাকত বা কিতাপ পৰ্হা, তেতিয়া তাত থকা চিনবোৰ দেখি উচিত মতে বৈ বৈ সকলো লবাই মাতিব নে জানাইত, আৰু মনো ন কৰা, আৰু তোমোলাকে লিখা কাকত পত্ৰতো জেনেকৈ নি লিখা, কিন্তু তোমোলাকে তাক অৱস্যে জানিব লাগে, কিয়নো সেই ৰূপে চিনে চিনে বৈ ন গলে লেটি পেটি হই গুনে পৰ্হা জনেও আৰু সুনা জনেও ভাল কৈ অৰ্থ নু বুজে; এতেকে মই সেই সকল চিনৰ কিছু বিবৰন তলত লিখিলো, তোমোলাকে তাক চাই আৰু মনত ৰাখি সেই সেই দৰে পৰ্হিবা আৰু লিখিবাও ।

আৰু তোমোলাকত মই এই কথাও কৈছোঁ, জে কিবা কাকত পত্ৰ মাতোঁতে তোমোলাকে জত বৰ লাগে, সেই দৰে ন বৈ লেটি পেটি কৰি, বৰ বৰ মাতেৰে অতি খৰকৈ মাতিলেই ভাল জেন নে ভাবিবা, আৰু তেনে হলে অন্য সকলে তোমাক ন সলাগিব । কেৱল কথা জেনেকৈ কই, কাকত পৰ্হোঁতেও প্ৰাই তেনেহে হব লাগে । কিন্তু উচিত মতে বৈ গলে খৰকৈ মাতিলেও দোস নাই ।

### চিনৰ বিবৰন ।

কথাৰ মূল অৰ্থ খিনি বেলেগ বেলেগে জানিবৰ নিমিত্তে কাকত পৰ্হোঁতে জে বৈ বৈ জাই, তাকে বিস্ৰাম, বিৰতি, আৰু জতি বোলে । আৰু তাত দিয়া চিন সকলকেই সেই তিনি নামেৰে চিন বোলা জাই ।

Comma.

১ । প্ৰথমে এক মাত্ৰ জতি (,) এই চিন, বেলেগ বেলেগে জানিবৰ নিমিত্তে কথাবিলাকৰ পাচত দিয়া জাই ।

দ্ৰিস্টান্ত ।

ধন, সোন, হিৰা, মুকুতা, সকলোতকৈ বিদ্যা বৰ্হা ।

Semicolon.

২ । দ্বিমাত্ৰ জতি (;) এই চিন, আগৰ অৰ্থৰ অলপ মান বেলেগ হই, তাৰ পাচৰ কিছু অৰ্থ থাকিলে সেই খিনিতে বেৱহাৰ কৰা জাই ।

দ্ৰিস্টান্ত ।

এক অধ্যাপকে কলে, বিদ্যা আৰু গিয়ান বৰ্হাৰ মূল বিবেচনাই; এতেকে তুমি সকলো কথাতে বিবেচনা কৰিবা ।

Period.

৩ । চেদ (।) এই চিন, কথা ফাকিৰ মাজতে এক প্ৰসঙ্গৰ কথা অন্ত পৰিলে, তাত আৰু পদৰ প্ৰথম ফাকিৰ অন্তত দিয়া জাই ।

দ্ৰিস্টান্ত ।

ভাল গিয়ানি লবাই ভাল কথা পালে, তাৰ লগত জদি বেয়াও থাকে, সেই খিনি চেলি ভাল খিনি বাচি লই, বিসম মানুহে দোস খিনিহে থাইকৈ বিচাৰে ।

পদত জেনেকৈ দিএ তাৰ দ্ৰিস্টান্ত ।
জাতি কাঠ সোন আদি বস্তু সকলৰ ।
দুৰ্গুন ন কহি ভালে কৰে সমাদৰ ।

Double Period.

৪ । পূৰ্ন চেদ (।) এই চিন, পদৰ অন্ত হলে, আৰু কোনো কথা লিখিলে তাৰ সকলো কথাৰ অন্তত দিয়া জাই ।

দ্ৰিস্টান্ত, পদ ।
জাতি কাঠ কাঠ মাত্ৰ, সোৱা খাতুমই ।
তথাপিতো সন্ত লোকে মন্দ ন কহই ।

দ্রুাৰ আৰু দেখিবলৈ ভালৰ কাৰনে।
ভালে ভালক বাঢ়ি লই সদা হৰ্স মনে॥

কথাৰ দ্রিষ্টান্ত।

এতেকে হে বন্ধু সকল, তোমোলাকে সৎ কথা পালে বাঢ়ি লবা, আৰু বেয়া হলে চেলি থবা। ৰাজ হংস আৰু কুলাই মন দি ভাবি চোআচোন॥

Interrogation.

৫। প্রস্নার্থ মাত্র (?) অৰ্থাত কোনো কথা সুধিলে তাৰ পাচত এই চিন দিএ।

দ্রিষ্টান্ত।

এক চাত্ৰে অধ্যাপকত সুধিলে দেউ, মুৰ্খক কিহেৰে জনা জাই?

অধ্যাপকে কলে, চই কৰমেৰে মুৰ্খক জানিব পাৰি; ১, জাৰ কাৰন নো হোআকৈএ খং; ২, অনৰ্থক কথা কোআ; ৩, বিনা কাৰনে কিবা কথা বা কৰম সলনি কৰা, ৪, সকাম নাই কিয়া কথা সুধি ফুৰা; ৫, অচিনাকি মানুহত বিস্বাস ৰখা, ৬, মিংত্ৰিৰ সত্রু চিনিব নোঅৰা, ইয়াকে আদি কৰি মুৰ্খৰ অনেক চিন আচে।

Exclamation.

৬। অবেগ মাত্র (!) এই চিন, কথাৰ মাজত কোনো বেজাৰ বা নিবেদন, অথবা কোনো আচৰ্জ্য কথা হলে তাৰ পাচত . . জাই।

দ্রিষ্টান্ত।

হে প্রভু! হে ইস্বৰ! বা, হে প্রজা পালক! আমাক (অসমিয়া লৰাটিইতক,) বিদ্যা সিকাই গিয়ানি কৰিবলৈ মন দিওক, ইত্যাদি। আৰু ঔ দেউতা! এই ধন ইমান ভাৰৰ নাও!

Quotation.

৭। প্রত্যোপ চিন (" ") এই চিন, আপুনি লিখা কাকতৰ মাজত কোনো এক কাৰনে লোকে কৰা কথা বা অন্যৰ কিছু অভিপ্রাই আনি সাৰিত সুমাই লিখিলেহি, সেই কথাৰ আগে পাচে লিখা জাই।

দ্রিষ্টান্ত।

এক লৰাই পঢ়া সালিত থাকোঁতে সদাই সি অহংকাৰত মজি আচিল, পাচে তাৰ বাপেকে কাকত দি পঠালে, বোলে, "তোৰ এনে স্বভাও হলে সকলো মানুহ তোৰ সত্রু হব।" পাচে সেই চিঠি পাই সি সেই স্বভাও এৰি পেলালে।

Parenthesis.

৮। বিন্দু ৰেখা, ( ) এই চিন এক কথাৰ অসঙ্গ্য ভাগিবৰ কাৰনে তাৰ অৰ্থ ভাঙি ওচৰতে অন্য কথা লেখিলে সেই কথাৰ দুই মুৰে লিখা জাই, আৰু সেই চিন দেখিলেই "অৰ্থাত" এই কথা নে থাকিলেও সেই ৰুপে মাত্তিব লাগে।

দ্রিষ্টান্ত।

আটাই গচতকৈ (আম, কঠাল, নাৰিকল, প্রভ্রিৰ্তিতকৈও) এই জোপা গচ ভাল।

Hyphen.

৯। সাংযুক্তিক চিন (-) এই চিন কোনো এক কথাৰ দুটা মান আখৰ সোঁ ফালে দাঁতিত লিখি, ঠাই নো হোআৰ গুনে ই ফাললৈ দুটা মান আনিলে একে লগ বুজিবৰ নিমিত্তে সোঁ ফালৰ সাৰিৰ অন্তত বেৱহাৰ হই, আৰু হাতেৰে লিখা কাকত পত্রত হলে বাঁও ফালে তাৰ তলৰ সাৰিৰ আদিতে দিএ।

দ্রিষ্টান্ত।

জি লৰাই এই চি সকলৰ দৰে বৈ বৈ কাকত মাতে আৰু লিখে, গিয়ানি সকলে তাক প্রসংসা কৰিব, জদি কোনোবাই লেটি পেটিকৈ মাতে, তেন্তে তাক লোকে মুৰ্খ বুলি জানিব।

Sri Purnanund Sorma.



## চিচিলি আৰু নাপলি ৰাজ্যৰ আলফঞ্চো ৰজা।

Alphonso, King of Sicily and Naples.

সেই ৰজা আপোনাৰ প্ৰজা লোকলৈ অতি মৰমিয়াল আৰু নম্ৰ আচৰন কৰা লোক আছিল।

তেঁও কোনো সময়ত আপোনাৰ সৈন্য লৈ চিচিলিৰ ফাললৈ জাত্ৰা কৰি জাঁওতে, কোনো সত্ৰুৰ দোআৰাই বাধা পোআত নৈৰ পাৰ হৈ জাব নোআৰি সেনাবিলাকে সৈতে নৈৰ দাঁতিতে থাকিল। সেই ঠাইতে এদিন গোটেই দিনটো সকলোএ অনাহাৰে থাকিব লগা হল। গধুলি হলত এজন সেনাই কিচুমান ৰুটি, পনিৰ, আৰু আলু আনি ৰজাক ভোজন কৰিবলৈ দিলে; তাতে আলফঞ্চো ৰজাই সেই সেনাক ধন্যবাদ কৰিএই কলে, বোলে, দেখা, মোতকৈ কিমান উত্তম বৰ বৰ সাহিয়াল আৰু পৰাক্ৰমি লোক লঘোনে আচে, এনে লোক সকল লঘোনে থাকোঁতে মই কেনেকৈ ভোজন কৰিব পাৰোঁ?

সেই ৰজাই কোনো এক সময়ত কাম্পানিয়া প্ৰদেসৰ মাজে দি অকলে ফুৰোঁতে, জাৰ এটা গাধ বোকাত সোমাই পোত জাবলৈ ধৰাত বলেৰে আৰু স্ৰমেৰে টানি তুলিব নোআৰিচিল, এনে গাধ ৰখিয়া এজনৰ ওচৰ পালেগৈ। সেই ৰখিয়াটে সেই পোনে বাটে দি জাকে জোআ দেখে, তাকে আপোনাক সহাই দিবলৈ মাতে, কিন্তু সকলো বিফল হৈচিল। পাচে সি সেই ৰজাত সহাই খুজিলে, কিন্তু তেঁও জে ৰজা, সি ইয়াৰ ভু পোআ নাই কিচিল। তেতিয়াই ৰজাই ঘোঁৰাৰ পৰা নামি তাৰ লগত সহাই হৈ গাধটো বামত তুলিলে। মোক সহাই দিয়া জন ৰজা, সেই মানুহটে এই কথা পাচত ভু পাই, ৰজাৰ চৰনত আঁঠু পাৰি পৰি খেমা মাগিলে; কিন্তু আলফঞ্চোএ তাক কলে, বোলে, তুমি মোক একো অপৰাধ কৰা নাই। ৰজাৰ এনে সদ আচৰন গুনেই আগেয়ে সত্ৰু হোআ লোকৰ মিত্ৰতাৰ কাৰন হল।

ৰ. ন.

## কোন অধিকাৰ স্ৰেষ্ঠ।

Who is the best Master?

এজনা মন্ত্ৰিৰ মন ধৰমলৈ জোআত তেঁও ৰজাৰ সেবা এৰি নিৰ্জান ঠাইলৈ গৈ ইশ্বৰক চিন্তি আছিলে। অলপ দিনৰ পাচত ৰজাই সেই মন্ত্ৰিৰ বাৰ্ত্তা পাই তাৰ ঠাইলৈ গৈ মন্ত্ৰিক দেখি বুলিলে, হে মন্ত্ৰিবৰ, মোৰ পৰা নো তুমি কি দুখ পালা, মোক জে এৰি আহিলা? মন্ত্ৰিএ কলে, বোলে, মহা ৰাজ, আপোনাৰ কোনো কথাত দুখ বেজাৰ পোআ নাই। আপোনাৰ অৱস্থা বৰ্হাবৰ ইচ্চাৰেহে মই পাচোটা কাৰনৰ নিমিত্তে আপোনাক এৰি আহিলোঁ।

প্ৰথম কাৰন এই, আগেএ আপোনাক উপসা কৰাৰ সময় আপুনি বহি থাকে, আমি আপোনৰ ওচৰত ক্ৰিতাঞ্জলি কৰি থিয় হৈ থাকোঁ। এতিয়া জি প্ৰভুক পাইচোঁ, তেঁওৰ মুখৰ আগত একো দুখ নো হোআকৈ বহি আৰাধনা কৰোঁ, তথাপি তাত একো অপৰাধ ন হই।

দুতিয় কাৰন, আপুনি আগেএ ভোজন কৰে, আমি ওচৰত থাকি চাই থাকোঁ। এতিয়া আমাৰ প্ৰভুএ আমাক আহাৰ দিএ, কিন্তু তেঁও আহাৰ ন কৰে।

ত্ৰিতিয় কাৰন, আগেএ আপুনি সুই থাকে, আমি উজাগৰে পৰিচাৰ্জ কৰি থাকোঁ। এতিয়া আমি সুই থাকোঁ, আমাৰ প্ৰভুএ সাৰেৰে থাকি আমাক ৰখ্যা কৰে।

চতুৰ্থ কাৰন, আগেএ সদাই আমাৰ মনত ভই আচিল, জে আপুনি মিত্যু হলে পাচে সত্ৰুৰ হাতত আমি পৰিব লাগিব। আমাৰ এতিয়া থকা প্ৰভুৰ কদাচিতো মৰন নাই, আমাৰো দুখৰ আগন্তুক নাই।

পঞ্চম কাৰন, আগেএ আমাৰ কোনো অপৰাধ হলে আপোনাৰ খঙ উঠে বুলি, এই ভই আমাৰ মনত সদাই লাগি থাকে। এতিয়া আমাৰ প্ৰভু এনে দায়ালু, জে তেঁওৰ আগত হেজাৰ অপৰাধ কৰিলে, তেঁও সেই আটাইবোৰ আমাক খেমা কৰে।

## ফতিক চাদৰ বিৰবন।

Account of Fhotik Chand.

বঙ্গলা দেসৰ জচোহৰ জিলাৰ মজগুৰনি নামে এখান গাঁৱত এজন তাঁতি অতিসই দেও পুৰুষ আছিল, কিন্তু তাৰ সন্তান সন্ততি নো হোৱাত সি দিনে ৰাতিএ দুখিত হৈ, দেৱতাবিলাকৰ আগত সন্তানৰ নিমিত্তে ৰখৈকে প্ৰাৰ্থনা কৰে। অলপ কালৰ পাচে তাৰ দুজনি চোৱালি জনমিল, আৰু সেই দুই কন্যাৰ পাচত এটি লৰাও উপজিল, তাৰ নাম ফতিক ৰাখিলে, কিন্তু পুত্ৰ পোৱাৰ কাৰনে আনন্দত অপাৰ হৈ কেৱল অলপ দিন মাথোন জিয়াই থাকিল; তেঁওৰ মৰনৰ কাল বেগাই ওচৰ চাপি ফতিক অলপ বয়সতে পিত্ৰি হিন হল। ফতিকৰ বাপেক মৰিলত তেঁও আপোনাৰ মাকৰ লগত আছিল। ডেকা কালত আপোনাৰ জাতৰ আচাৰ বেৱহাৰ গুপুতে অনুচিত দেখি সকলো মানুহবিলাকক প্ৰেম কৰিবলৈ মনত খেদ কৰি আছিল; আৰু আপোন ইচাৰে সকলো বেলেগ বেলেগ জাতৰ মাজত জিবিলাক জাত ছিন লগা দেখে, সেই বিলাকৰ লগত ভোজন পান কৰি, সকলোৰে আগত হৰি আৰু ক্ৰিস্ত নামে বিস্বাস কৰি সিবিলাকৰ লগত আৰাধনা কৰে।

পাচে তাৰ মাকে এজন বামুনৰ দোৱাৰাই তাক সিস্য কৰালে। ইয়াৰ পাচে আন মতৰ এজন বামুনে ফতিকৰ ঘৰলৈ আহি তাৰ মাকৰ বুধিৰ বাহিৰে আন ৰূপে সিস্য কৰি ফতিকক গ্ৰহন কৰালে; অলপ দিনৰ পাচত ফতিকৰ মাকৰ গুৰু তাৰ ঘৰলৈ আহি ফতিকক আন এজনৰ সিস্য হোৱা সুনি খং ধৰি উঠিল।

তাকে দেখি ফতিকৰ বন্ধুবিলাকে ভই কৰি গুৰুৰ চৰনত পৰি কান্দি কাকুতি কৰিবলৈ ধৰিলে, কিন্তু সেই সময়ত ফতিক নাই কিচিল। অলপৰ পাচে ফতিক আহি গুৰুৰ চৰনত পৰি মিনতি কৰি আকৌ তাৰ সিস্য হবলৈ ধৰাত সি সন্তোস হৈ ঘৰত উত্তম ৰূপে ভোজন কৰি থাকিল। আৰু সেই ঠাইত জিবিলাক গুৰু আছিল, সিইত প্ৰাই সকলো দুখিয়া, এই হেতুকে সিইত সদাই সিস্যৰ ঘৰে ঘৰে ফুৰি থাকে; আৰু একো ঘৰত দুই তিন দিন থাকি পাচে বিদাই হোৱা কালত সিস্যবিলাকে আপোন আপোন কুসল মঙ্গলৰ নিমিত্তে আপোন আপোন সক্তিৰ দৰে অলপ অলপ দান দি গুৰুৰ পৰা আসিৰ্বাদ লই। গুৰুবিলাকে সদাই এই ৰূপে কৰ লই, কিন্তু সিস্যবিলাকৰ পৰিত্ৰানৰ নিমিত্তে একেৰিও বিচাৰ ন কৰে, কেৱল আপোনাবিলাকৰ দিনটৰ নিমিত্তেহে চিন্তা কৰি থাকে।

পাচে এজনি তিৰোতাই পঞ্চভুত নামে এক মন্ত্ৰ নিতৌ জপিবৰ কাৰনে ফতিকক দি সিস্য কৰালে; সেই মন্ত্ৰ এই, আকাস, বায়ু, তেজ, জল, ভুমি, এই পঞ্চ ভুতৰ নাম মনতে ৰাখিবা।

পাচে ঘোসপাৰৰ ৰাম দুলাল মতৰ অধিকাৰে ফতিকৰ মন ভুলাই সিইতৰ মতলৈ আনি সোলায়ানা নামে এক মন্ত্ৰ গ্ৰহন কৰালে। আৰু জি জনে ফতিকক এই মন্ত্ৰ দিলে, সেই জনে ইয়াকে কলে, এই মন্ত্ৰৰ দোৱাৰাই সকলো প্ৰকাৰ ৰোগ গুচিব পাৰে। এই দৰে অনেক অনেক প্ৰকাৰ ভুল ধৰম দেখি ফতিকে এৰি পেলালে। প্ৰানৰ পৰিত্ৰানৰ নিমিত্তে একো আসা নাই। আৰু প্ৰতি দিনে তাৰ মনত এই ৰূপ প্ৰমান পালে, জে মিচলিয়াবিলাকে আনবিলাকক মিচা ধৰম সিকোৱাৰ দোৱাৰাই কেৱল আপোনাবিলাকৰ লাভলৈহে চেষ্টা কৰে। আৰু জিবিলাকে আনবিলাকক স্বৰগৰ পথ এৰুৱাই আৰু এই ৰূপে সিকাই, সিইতে নৰকৰ পথলৈ নিৰ্ভই মনেৰে জাই। সেইবিলাকৰ বিসয়ে ধৰম সাস্ত্ৰৰ মাজত এই কথা লিখা আছে, সিইতে কনাই কনাক বাট দেখুৱাইচে, কিন্তু জদি কনাই কনাক বাট দেখুৱাই, দুয়ো খালত পৰিব।





## এক বুধিয়ক কুকুৰৰ কথা ।

Story of a sagacious Dog.

বহু বছৰৰ আগেয়ে ফ্ৰান্স দেশত এজন ধনৱন্ত ভদ্ৰ লোক আছিল, আৰু সেই মানুহৰ ৰব কুকুৰ এটাও আছিল ; কোনো এক দিনত তেঁও আপোনাৰ কুকুৰক লগত লৈ এখন হাবিএ দি গৈছিল; সেই হাবিৰ মাজতে মাকাৰি নামে তেঁওৰ এটা সত্ৰু খাপ দি বহি আছিল। পাচে ধনৱন্তক জোআ দেখি অকস্মাতে ধৰি বধ কৰিলে । তাৰ পাচে তেঁওৰ মৰা সটো এজোপা গচৰ তলত গাঁত খানি পুতি থৈ মাকাৰি গুচি গল । কিন্তু সেই কুকুৰে আপোন অধিকাৰৰ মৰা সৰ ওচৰত দুই তিনি দিনলৈকে থাকি বাখি আছিল । সেসত পেটৰ ভোকত আৰু কাল থাকিব নোআৰি, নগৰলৈ আহি আপোন অধিকাৰৰ জি এজন বন্ধু আছিল, তেঁওৰ ঘৰলৈ গল । আৰু ভেউ ভেউ কৰি কান্দি তেঁওৰ কাপৰত ধৰি কিছু টানিবলৈ ধৰিলে, আৰু দুআৰৰ ওচৰলৈ গৈ সেই মানুহক আপোনাৰ লগত জাবলৈ এক ভাৱে সঙ্কেত কৰিলে । সেসত সেই মানুহে কুকুৰৰ এনে আচৰিত ব্যৱহাৰ দেখি তাৰ লগত বাহিৰলৈ গল । কুকুৰে পাচত তেঁওক হাবিৰ মাজে দি সেই গচৰ তললৈ লৈ গল, আৰু তাতে হাতোৰাবে মাটি খানি খানি আপোন অধিকাৰৰ মৰা স দেখুআলে, কিন্তু কোনে তেঁওক বধ কৰিলে, তাক কবলৈ কুকুৰৰ অসাধ্য হৈছিল। কিছু দিনৰ পাচত কুকুৰে সেই মানুহ বধি মাকাৰিক দেখা পালে, তাতে কুকুৰে অতি খঙেৰে সেই মানুহটক এনে ধৰকৈ কামুৰি ধৰিলে, তাক এৰুআবলৈকে অসাধ্য হৈছিল । পাচে সকলো দেখা লোকে কলে, বোলে, এই কুকুৰক আমি অনেক দিনৰে পৰা জানোঁ, সি মিহু আৰু অহিংসক, কিন্তু এতিয়া এই মানুহলৈ তাৰ কি কাৰণে এনে খঙ হল ? তাতে কোনো কোনোএ কলে, তাৰ আপোনাৰ মিত্ৰু হোআ অধিকাৰলৈ তাৰ বৰ মৰম আছিল, আৰু এই মাকাৰিও সেই ধনৱন্ত মানুহৰ মহা সত্ৰু আছিল, ইয়াকো জানোঁ, কি জানি এই মাকাৰিএই তেঁওক বধ কৰিলে ।

পাচে এই কথা ৰজাৰ কানত পৰিলত ৰজাই সেই কুকুৰক আপোনাৰ আগলৈ অনালে । আৰু সেই কুকুৰ আহি সান্ত হৈ কাৰো একো হানি ন কৰিলে; কিন্তু ৰজাৰ লগত জিবিলাক মানুহ আছিল, সিবিলাকৰ মাজত জেতিয়া মাকাৰিক দেখা পালে, তেতিয়া সি গেজেৰি দি তাক ধৰিবলৈ গল । সেই কালত ফ্ৰান্স দেশত এনে ৰিতি আছিল, বিচাৰ কৰ্ত্তাবিলাকে সাখি নো পোআত গুচৰিয়া পদকিয়াৰ অদি একো থিৰ কৰিব নোআৰে, তেন্তে সিবিলাকে গুচৰিয়া পদকিয়া দুয়ো জনক হটে সিটে যুধ কৰিব দিএ, আৰু জেয়ে যুদ্ধত হাৰে, তাৰ গাতে অগৰ পৰে, কিয়নো সিবিলাকে ভাবে, বোলে, নিৰ্দুসি জনক ইশ্বৰে কেতিআও হাৰিব নি দিএ । পাচে কুকুৰে সৈতে মাকাৰিৰ জি ঘটনা হৈছিল, তাৰ স্বৰূপ প্ৰমান বুজিবৰ নিমিত্তে সেই ৰূপে দুয়োকো যুধ কৰিবলৈ ৰজাই আগ্যা কৰিলে; এই যুধ দেখিবলৈ অনেক লোক গোট খালে । ৰজাই মাকাৰিক এডাল টাঙোন হাতত লবলৈ অনুমতি দিলে, আৰু কুকুৰো যুজি ভাগৰ লাগি জিৰতে জিৰাব পাৰে, এনে এটা পিপা মাত্ৰ ঠাইতে থবলৈ আগ্যা কৰিলে । এই ৰূপে যুধৰ আৰম্ভন হোআৰ পাচে কুকুৰক মাকাৰিলৈ এৰি দিলে । তাতে কুকুৰে মাকাৰিৰ হাতত টা-

ঘোঁৰ দেখি অনেক বেলি তাৰ চাৰিও ফালে ঘুৰি ঘুৰি আছিল, আৰু পাচত কুকুৰে আহি মোক ধৰিব, এই ভয়েৰে মাকাৰিও ঘুৰিবলৈ ধৰিলে। সেলত কুকুৰে আপোনাৰ সত্রুৰ ভাগৰ পোৱা আৰু বল হিন হোৱা দেখি আক্রমন কৰি কামোৰ মাৰি এবে বাৰে মাটিত এচাৰি পেলাই দিলে। এই ৰূপে হাৰিলত ৰজা আৰু তাত থকা সকলোৰে আগত মাকাৰিএ আপোনাৰ দোস সৈ কাহিঁ গাত ললে তাতে ৰজাই তাৰ মুৰ কাটিবলৈ আগ্যা কৰিলে।

এই কথাতে আমি দেখিচোঁ, মানুহে জিমান কি গুপুতে পাপ ন কৰোক, তথাপি ইশ্বৰে তাক এবেলি উলিয়াব। আৰু জদি এই জগতত গুপুত হৈ থাকে, তেও মহা বিচাৰৰ দিনত মনৰ আৰু সৰিলৰ সকলো কৰম প্রকাস হব। কিয়নো সৰ্বদৰ্সি অন্তৰ্জামি পৰম ইশ্বৰৰ আগত কোনো কৰম গুপুতে নে থাকে। এই হেতুকে তেঁওৰ আগত পাপ কৰিবলৈ ভই কৰা।

ন. স. ফ.

## মেৰি কেৰিল।

Mary Caryl.

এমিলি ৰুতলৰ নামে এজনি সম্ভ্রান্তা তিৰোতা আৰু মিচ পঞ্চনবি, এই দুজনি তিৰোতাই আপোন দেস আয়ৰলণ্ডৰ পৰা মেৰি কেৰিল নামে এজনি তিৰোতা দাসিকৈ লগত লৈ উএলচ দেসত আহি আছিল। মেৰি কেৰিলে সৰুৰে পৰা সিবিলাক দুজনৰ লগত অতি বিস্বাসি আৰু প্রেমেৰে দাসি কৰম কৰি আপোনাৰ প্রানৰ দিন নিয়ালে। সিবিলাক দুজনিএও মেৰিক দাসি ভাৱে নে ভাবি কেবল মিত্র ভাৱে ভাবিচিল। সিবিলাক তিনিও জনিৰ জেতিয়া ব্রিদ্ধ অৱস্থা পৰিলহি, তেতিয়া সেই সম্ভ্রান্তা তিৰোতা দুজনিএ লাংগোলন নামে এক ঠাইত সিলেৰে জিহত ম্রিত্যু হোৱা লোকৰ নাম, গুন, আৰু চৰিত্রৰ কথা লিখা থাকিব পাৰে, এনে এটা কবৰ সাজিলে। মেৰি প্রথমেই ম্রিত্যু হোৱাত, তাইকে সেই ঠাইত আগেয়ে থোৱা হল। তাতে সেই অধিকাৰিনি দুজনিৰ জে প্রেম তাইলৈ আছিল, এনে প্রমান দিবলৈ সিল এচঁটাত সকলো কথা লিখি তাইৰ সিলৰ কবৰতে একালে লগাই দিলে। এবচৰৰ মূৰত সিবিলাক দুজনিও ম্রিত্যু হলত সেই ঠাইতে ওচৰতে কবৰ দি সিবিলাকৰো সকলো গুন চৰিত্র সিল এচঁটাত লিখি সেই কবৰৰ একালে লগাই দিলে। এই ৰূপে সেই তিনি জনি লোক মান্যত বেলেগ হোৱাতো প্রেমত একে হৈ আছিল, আৰু সিবিলাকৰ ম্রিত্যুৰ পাচতো সিবিলাকক একে ঠাইতে একে লগে থোৱা হল।

ইংৰাজি দেসৰ দ্রিতিয় জৰ্জ নামে এজন ৰজাৰ পৰিয়ালৰ লগত এজনি দাসিএ অনেক দিনলৈ বিস্বাসি আৰু প্রেমেৰে দাসি কৰ্ম কৰি আছিল। তাইৰ ম্রিত্যু হলত উইণ্ডৰ নামে ৰাজধানিৰ চেন্ত জৰ্জ নামে গিৰ্জাৰ ওচৰত তাইক মাটি দিলে। তাইলৈ জে ৰজাৰ প্রেম আছিল, ইয়াৰ কাৰনে কবৰৰ ওপৰতে সিলৰ এটা স্তম্ভ সাজি আপোনাৰ প্রেমৰ চিনৰ কথা তাতে লিখাই দিলে।

## দুৰ্জ্জনৰ চাতুৰি।

এটা দুৰ্জ্জনে এখন পহাৰত বেচিবলৈ জুগুত কৈ থোৱা উত্তম মোহন ভোগ দেখি তাৰে এমুঠি হাতত ললে। বেপাৰিএ দেখি বেগতে তাৰ হাতত ধৰিলত সি সেই মোহন ভোগ আপোনাৰ মুখলৈ মাৰি কলে, বোলে, হে ভাই, কিয় সুদাতে হট মট কৰিলি? এতিয়া তোৰো নে থাকিল, মোৰো নাই কিয়া হল। ইয়াৰ পাচত কি ঘটিল সকলোএ ভাবি চাব পাৰে; জিবোৰে নোআৰে, সেইবোৰেহে এনেকুআ সুন্দৰ মোহন ভোগ থোৱা উচিত হই।



## জহনিৰ বিৱৰন।

**Letter from a Student in Calcutta, on Cholera.**

আমাৰ দেসত প্ৰাই বচৰি জহ কালি জহনি হই, অনেক মানুহ মৰে, কিন্তু ইয়াৰ বৰ ভাল দৰব ইংৰাজি বেজ বৰুআবিলাকে কৰিচে। এতেকে জদি কাৰো কেতিয়াবা হই, তেন্তে তাৰ দৰব ইংৰাজি ডক্তৰৰ তৰ পৰা নি খুআলেই ভাল হই। আমাৰ দেসৰ লোক সকলে ইংৰাজি দৰব অসুধা কৰে, কিন্তু ইয়াৰ পৰা বহু অপকাৰহে হৈচে। নিদান পুথিত লিখা দৰবো এই ৰোগত ভাল কিন্তু আমাৰ দেসত কোনো বেজেই সেই পুথি ন পঢ়ি ফাকটি কৰি দৰব দিয়াৰ গুনে এটি ৰুগিও ভাল হোআ নাই। জদি কোনো হিন্দুএ ইংৰাজি দৰবত সুৰা মিহলি থকা বুলি নে খাই, সিও ভাল ন হই; কিয়নো সিবিলাকৰ সাস্ত্ৰত লিখে, "ঔষধাৰ্থে সুৰাং পিবেত," অৰ্থাত দৰবৰ লগত সুৰাকো বাচিব দিয়া নাই। এতেকে আমাৰ বিবেচনাত তাক খালে একো খতি নো হোআ হেন দেখি, তলত এই জহনিৰ বিৱৰন আৰু দৰবৰ কথা লিখিচোঁ। ইয়াকে ইংৰাজি ডক্তৰৰ তৰ পৰা নি নৰিয়া পৰাত খুআলেই বাৰু হব।

ইংৰাজি বেজ বৰুআ সকলে জহনি বিয়াধিক দু বিধকৈ ভাগ কৰিচে। এবিধ বিলাতত থকা লোক সকলৰ হই, আৰু এবিধ ভাৰত বৰ্স আদি খৰ দেসত হই। এই বিয়াধি নো কি সকামৰ পৰা উতপতি হই, ইয়াক আজিলৈকে নিচইকৈ ভু পোআ নাই; তেও অনেকেই খৰ দেসত হই বুলি কই; আৰু বদ, ভাগৰ, বা সৰহ চৰৈৰ পৰা আহি গা ধোআ, বা চেঁচা বস্ত্ৰ খোআ, অথবা সৰহ বেলি এনেই পানিত পৰি থাকিলেও হই। পৰম পণ্ডিত ডক্তৰ মিলৰ চাহাবে জহ কালি অনুপকাৰি বতাহৰ পৰা হই বুলি কই; আৰু ডক্তৰ মেক্নে চাহাবে জিন নে জাৰ পৰা বস্ত্ৰ সৰহ খালেও হই বুলি কই। সেই কাৰনে জহ কালি জিন নে জাৰ পৰা বস্ত্ৰ সৰহ খোআ, বদ বা ভাগৰৰ পৰা আহি চেঁচা বস্ত্ৰ খোআ, চেঁচা পানিৰে গা ধোআ, সদাই গা উদঙে ৰখা, ঘৰৰ দুআৰ মেলি শোআ আৰু জি সকামত গাত বৰ দুখ বা ভাগৰ হই, এ... সৰ কৰা, থকা ঘৰৰ ওচৰত বেয়া পানি ... পুখুৰি, বা খাল, বা নৰ্দমা, বা এনে কোনে... ই জাৰ গোন্ধ নাকে সব নোআৰে; এইবিলাক কৰা বা ৰখা জুগুত ন হই। কোনো গিয়ানি লোকে কই, জেনেকৈ বচৰত ৬ টা ৰিতু ক্ৰমে ক্ৰমে প্ৰিৱিৰিত্ত হই, তেন্তিয়া তাত থকা জিৱ জন্তু গচ আটাইবে কোনো ৰিতুত আনন্দ কোনো ৰিতুত নিৰানন্দ হই; জেনেকৈ বসন্ত কালত গচবিলাকত ন পাত ওলাই দেখিবলৈ সুআনি হই, চৰাইবোৰে তাৰ ওপৰত উঠি সুললিত মাতেৰে গিত গাই, পছুবোৰে বৰ হিষ্ট পুষ্ট হই, আৰু জাৰ কালি এই সকল বিমৰ্স হই, সেই দৰে মানুহৰো বচৰত একালে সুখ, একালে দুখ হই। কিন্তু জদি বোলা, জে জগত ইশ্বৰে আপোনাৰ গিয়ানেৰে তেঁওৰ স্ৰিষ্টিৰ হিতলৈ জি কৰিচে, সি কেতিয়াও ন বলে, তেন্তে সেই ইশ্বৰেই আমাক অন্য জন্তুতকৈ ভাল বেয়া বিচাৰিব পৰা সক্তি দিচে দেখি, মানুহে সিইতকৈ প্ৰধান হৈচে; আৰু সেই সক্তিৰে মানুহে আপোনাৰ উপকাৰলৈ নানা বিধ বুধি সাজিচে; কিন্তু আমি জি প্ৰস্তাও লিখিব খুজিচোঁ, তাক নি লিখি আন কথা সৰহ লিখা অনাৱস্যক দেখি তাক এৰিলোঁ। জদি আমাৰ কথা সকলোএ ঘিন ন কৰি আদৰ কৰে হেন দেখোঁ, তেন্তে আমি মাহে মাহে ভাল কথা লিখিম।

বিলাতত জি বিধ জহনি হই, সেই বিধ আমাৰ দেসত নো হোআৰ গুনে মুঠে এই দেসত হোআ বিয়াধিৰহে কথা লিখিচোঁ। আমাৰ দেসত এই বিয়াধিৰ মানুহৰ বাঁতি ভাতৰ ফেনৰ নিচিনা হই। সুদা পানিৰ নিচিনা বা কেতিয়াবা কেতিয়াবা অলপ ভাতৰ পানিৰ নিচিনা দৰিয়া হই। চকু বহা পৰে, কানেৰে অলপ সুনে, মানুহক চিনিব নোআৰে, নখৰ গুৰি আৰু ওঠ নিল বৰনিয়া হই, আৰু ঘৰকৈ পানিৰ হেঁপাহে ধৰে। হাত ভৰি মুৰ্চৰি আনে, সৰু পানি চোআ ন হই, আৰু সৰু পানি দুআ-

ৰে ওলাৰ নোআৰি আৰু বাটে মুৰলৈ উজাই আই; ইয়াৰ পৰা মানুহৰ লেল অৱস্থাত পৰে-হি । এতেকে তলত লিখা দৰে দৰৱ খুআ-লে বাছ হব যেন জানি লিখা গৈচে ।

## দিব লগা দৰৱৰ সংখেপ কথা ।

পোনেই পেট বলে তেতিয়া বসৰ ভস্ম ১ বাতি, পিপলি ২ বাতি, কানি বা আফিঙ্গৰ বস ১ বাতি, আৰু জলকিয়া ১ বাতি, এই কেয়ো বিধক মিহলি কৈ সমান আন্দাজে ২ টা বৰি কৰি এটা তেতিয়াই, আৰু এটা ৬ মিনিটৰ মুৰত খুআব । জদি আটাই কেই বিধ পোআ নে জাই, তেন্তে অকল বসৰ ভস্ম ১০ বাতি আৰু কানিৰ বস এবাতি, দুইকো বৰি কৰি আগেএ কোআৰ দৰে দুবেলি খুআব । জদি বঁতিওআত পেটত নে থাকি ওলাই আছে, তেন্তে সৰিয়হ আৰু দুটামান কেঁচা মৰিচ বাটি দিঘলে এবেগত, পুৰ্ততলে ৯ আঙ্গুল এডোখৰ কাপৰত লগাই নাইৰ চাৰি আঙ্গুল ওপ-ৰত লগালেই ১০।১৫ মিনিটত বাঁতি বব । জদি ইয়াতো বাঁতি ন বই, তেন্তে কাৰ্বনিত অব চোডা ২০ বাতি এটা বাটিত আদ পোআ পানিবে মিহলাই থব, আৰু এটা বাটিত তা-তাৰিক এচিড ১৫ বাতি, আৰু এচিডম হাইড্রো চালিকম ডাইলুটম ৩ টোপা, অলপ পানিবে মিহলাই তাৰ মুখৰ গুৰিত আগৰ বাটি পা-নি ধৰি পাচৰ বাটিৰ দৰৱ মিহলালে পানি উতলিবৰ নিচিনাকৈ উটিব, তেতিয়াই ইয়াক সেই নৰিয়া পৰাটক খুআব; নতুবা পলম হলে দৰৱ মাটিত উতলি পৰিব । হাত ভৰিত সিৰামুৰিএ ধৰিলে সুঁটি এদাৰ গুৰি গাত লগালে ভাল হব । হাত ভৰি চেঁচা হলে ৩ ·চেৰাপ, ৬ তোলা কৰ্পুৰ, আদ তোলা আদ সেৰ পানিত মিহলাই কাপৰেৰে চেকি কাৰ্বনিত অব এমুনিয়া ১ তোলা, চলফৰিক ইথৰ ২ তোলাৰে মিহলাই ২।৩ তোলাকৈ আন্দাজে ২।২ ঘণ্টাৰ মুৰত খুআৰ লাগে· । হাতৰ নাৰি তল গলে সেই দৰৱ ১।১ ঘণ্টাৰ মুৰত খুআব লাগে । সৰু পানি চোআ ন হলে নাইট্রিক ইথৰ ৫ মহা, জিন চেৰাপ ১ তোলা, কৰ্পুৰৰ পানি ১ তোলাই সৈতে মিহলাই আদ আদ ঘণ্টাৰ মুৰত খুআৰ লাগে । ইবা তো সৰু পানি নু চুলে ইস্ত্রিকনিন ১ গ্রেন, অৰ্থাত আদ বাতি কৰ্পুৰৰ পানি ৩০ তোলা সৈতে মিহলাই এক এক ঘণ্টাৰ মুৰত খুআব লাগে । তেও ন হলে নুনিয়া সাক বাটি নাইৰ ৩ আঙ্গুলৰ তলত দিব লাগে । জদি তল পেটৰ পৰা সৰু পানি নোলাই, তেন্তে সেই সময়ত কোনো ডক্তৰ থাকিলে তেঁও সৰু পানিৰ দুআ-ৰেৰে কাথিতৰ সুমাই দিলে আপুনি হব ।

শ্রীমিৰ মজফৰ হুচেন ।

কলিকতা ২০ মাৰ্চ, ১৮৫৩ ।

---

## মাউৰে ধৰা গৰুক দৰৱ দিয়াৰ কথা ।

**Treatment of Murrain in Cattle.**

মহ গৰুক ধৰা মাউৰৰ কাৰনে শ্ৰীজুত কাপ্তান হলৰইদ মাজিষ্ট্রেট চাহাবে দৰৱ থুউ আৰৰ এই এই উপাই প্ৰকাস কৰিচে ।

১ । জেতিয়া কোনো গৰু বা আন জন্তুকে জহনি ৰোগে ধৰে, তেতিয়া সেই ৰোগে ধৰা গৰুক আন নিৰুগি গৰুৰ পৰা নিচইকৈ আঁতৰ কৰি সুকান আৰু নিকা ঘৰত থব, আৰু ঘনে ঘনে সেই ঠাইত চুন চটিয়াই থাকিব; ভাত বা ভাতৰ নিসনি, বা চাউলৰ মলি, বা সুকান ঘাঁহ, ইয়াকে সৰহ লোন দি গৰুক খাবলৈ দিব ।

২ । জদি গৰুৰ কাহ হই, তেন্তে বৰ বে-গেৰে জোআকৈ তাৰ এগচ সিৰ মেলি দুই সেৰ মান তেজ উলিয়াব, জদি তেজ উলিয়াঁওতা নাই, তেনে হলে ৫০ টা, বা ১০০ জোক একে বেলিএ গৰুৰ বুকুত লগাই দিব ।

৩ । জদি ধহু ওলাই, তেতিয়া ঘনে ঘনে চুন পানি বা লোন পানিবে ধুব, আৰু ধোআৰ পাচে নতুন এজাৰ গুৰিকৈ খুন্দি ধহুৰ ওপ-ৰত চাকি থব, আৰু লোনেৰে গৰুৰ মুখৰ কোআৰিত ঘঁহিব ।

৪ । জি গৰুক জহনি ৰোগে ধৰে তাক মহ টকা এদা পানি এসেৰ মানত মিজাই তাতে লোন জুলাপ আধেৰ, জদি লোন জুলাপ

নে পাই, তেনে হলে খোজা লোনৰে এপোআ বাহৰ চুঙাত ভৰাই পেট বোআবৰ নিমিত্তে খুআই দিব।

৫। জুলাপ দিলত ঐ দৰে পেট বলে আৰু বন্ধ হলে; তেতিয়া বল হবৰ কাৰনে গৰম দৰব, চেৰিতা বা মাহতিতা, কি বন এলাচি, ইয়াৰ এবিধৰ ৫ টকা, বা জলকিয়া ১। পাঁচ মহাকৈ খুআব।

ওপৰে কোআৰ দিহাৰে গৰুক দৰব খুআই থাকিলে প্ৰাই সকলো ৰোগে ধৰা গৰু ভাল হব, কিন্তু পোনে পোনে ৰোগে ধৰোঁতেই দৰব খুআব লাগে। প্ৰথমে মাউৰ লগাৰ চিন এই, গৰুএ এলাহ কৰি জুবুকা লাগি থাকে, আৰু ঘাঁহ নে পাগুলে, নোম সিয়ৰে, তেতিয়াই দৰব দিব লাগে।

ওপৰত লিখা দৰবৰ দুনাকৈ মহক খুআব লাগে। পোআলি মহ গৰুক বুজি বুজি কমিকৈ দিব।

---

## অনেক দেসৰ সম্বাদ।

Journal of Events.

চেপ্তেম্বৰৰ ২৭ তাৰিখে বাৰেলি নগৰত আগৰা প্ৰদেসৰ স্ৰীজুত জেমচ তমাচন গবৰ্নৰ চাহাব ম্ৰিত্যু হল। তেঁও অতি উচাহি, আৰু সকলোৰে হিত চিন্তোতা হৈ ১০ বচৰলৈকে সেই দেসত অধিকাৰ বাবৰ ভাৰ লৈ প্ৰজা পালন কৰি আচিল। এতিয়া স্ৰীজুত কল্‌বিন চাহাবে সেই গবৰ্নৰ বাব পাইচে।

পেইসোৱৰ নগৰৰ কৰ্নেল মাকেচন কমিস্যনৰ চাহাব ১০ চেপ্তেম্বৰৰ গধুলি বেলাত আপোনাৰ বঙ্গলাৰ বেৰান্দাত চিঠি পঢ়ি থাকোঁতে চোআত দেসি এজন মচলমান মানুহে দ্ৰোহ চিন্তি চল চাই তেঁওৰ বুকুত মিত দাৰে খোচ মাৰিলে। তেতিয়া ওচৰত থকা বুৰা এজন ৰচলদাৰে সেই ক্ৰুহিয়া জনে আৰুও খোঁচ মাৰিব নোআৰাকৈ বাধিলে, তথাপি ঘা ডাঙৰ হোআত বহু তেজ গল। পাচ দিনা বাতি জিব জেন এনে আসা এৰিলে; পাচে ১৪ তাৰিখৰ ১০ বজাত তেঁও সেই পিৰাত্তে লোকান্তৰ হল। তাৰ কাৰন এই, চোআত দেসলৈ ধৰাবাদি ১২ টা তোপে সৈতে সেনা, সেনাপতিক কমিস্যনৰ চাহাবে পঠাব বুলি সেই ক্ৰুহিয়াই সুনি, তেঁওক মাৰিলেই নিবাৰন কৰিব পাৰিম বুলি ভাবি, সেই দেসৰ পৰা গৈ তেঁওক বধ কৰিলে। পাচে সেই ক্ৰুহিয়াক ধৰি সোধ পোচ কৰি বিচাৰ কৰ্ত্তাৰ আগ্যাৰে সিকলিৰে বান্ধি ফাঁচি দি, সটো পুৰি তাৰ চাইবোৰো আনৰ পানিত উটালে। সেই ৰূপে কৰিলে তাৰ জিৱাত্মাই স্বৰগত সোমাব নোআৰে বুলি মচলমানবিলাকে জানে, সেই দেখি লোকক ভই খুআবৰ নিমিত্তে আৰু তাক সাধু বুলি তাৰ ওপৰত মচিদ ঘৰ জেন নে বান্ধে, এই কাৰনে অধিকাৰে এনে অমৰ্জ্জতাৰে দণ্ড কৰিলে।

মহৰমৰ দিনত লখ্নৌ নগৰত কোনো মচলমানে স্ৰীজুত কৰ্নেল স্লিমন পলিটিকল এজেণ্ট চাহাবক মাৰিবলৈ উপাই কৰিচিল, কিন্তু মাৰিব নোআৰিলে।

কাসিৰ অঞ্চলত থকা ৰামায়া বাবা নামে এজন জোগিএ মুৰ্ত্তি সেৱা, আচাৰ, ৰিতি, কৰমকে আদি কৰি সকলোকে এৰি, খ্ৰিষ্টিয়ান ধৰমৰ কোনো কোনো কথা নি, নতুন মতৰ ধৰম পাতি লোকবিলাকক সিসা কৰাইচে, এই কথা বঙ্গালি সম্বাদ পত্ৰত লিখিচে।

২৬ চেপ্তেম্বৰ তাৰিখত কলিকতা নগৰৰ ৰজা ৰাধাকান্ত দেবৰ ঘৰত হিন্দু সাস্ত্ৰৰ মতে বিধৱাৰ পুনৰ বিবাহ হব পাৰে নে নোআৰে, এই কথাৰ নিৰ্নই কৰিবৰ নিমিত্তে ২০০ মান পণ্ডিত গোটাই বিচাৰ কৰিচিল, তাতে অনেক বেলি বিচাৰ কৰি সৰহ ভাগ পণ্ডিতে পুনৰ বিবাহ হব নোআৰে সাস্ত্ৰত এনে বাধা নে পালে।

সিন্দ দেসৰ মাটি ৫২,০০০ বৰ্গ মাইল আচে। তাৰ নিবাসি লোক ৯,১১,৬১৪ মচলমান; ২,৭৩,৬৬৩ হিন্দু; মোটে ১২,১৪,৫২৭ আচে।

হাৱাই মাজুলিত মানুহৰ বসন্ত ওলাই বহু মৰিল; সেই নিমিত্তে তাত ৰজাৰ আগ্যাৰে ১৫ জুনত হৰিস্য আৰু প্ৰাৰ্থনা কৰিবলৈ থিৰ কৰিচে।

এই বছৰত মাউৰৰ নোআৰাই বহু মানুহ মৰিল, সিবিলাকৰ সংখ্যা শ্ৰীযুত বিচাৰ কৰ্ত্তাৰ আগ্যাৰে মৌজাদাৰবিলাকে লিখি সিৱসাগৰ জিলাৰ মাজত ১৬,০০০ সোল হেজাৰ মানুহতকৈ অধিক মৰা জানিচে। তলত তাৰ লেখ আচে।

Deaths by Cholera in the Sibsagor District.

| থানাৰ নাম | মুনিহ | তিৰোতা | লৰা | চোআলি | মোটে |
|---|---|---|---|---|---|
| গোলাঘাট, ৩৬ মৌজাৰ | ২০৯৭ | ২২১০ | ১০১৯ | ৮৩৪ | ৬১৬০ |
| ৰঙপুৰ, ৪৮ মৌজাৰ | ২০৪৮ | ১৬৪৯ | ১০৬৩ | ৭৭৫ | ৫৫৩৫ |
| জইপুৰ, ৩ মৌজাৰ | ৩০৭ | ১৫৬ | ১৪৩ | ৪০ | ৬৪৬ |
| জোৰহাটৰ, ২৯ মৌজাৰ | ১১৬৪ | ১১৯৭ | ৪১৩ | ৩৪২ | ৩১১৬ |
| আৰু ১৭ মৌজাৰ (আন্দাজে) | ৮৮৫ | ৯৭ | ৩৫ | ৩০ | ১০৪৭ |
| সৰ্ব মোট | ৬৫০১ | ৫৩০৯ | ৭২৬৩ | ২০২১ | ১৬৫০৪ |

আয়ৰ্লণ্ড দেসৰ ডব্লিন নগৰত মহা দৰ্সনৰ ঘৰ সাজি দেস বিদেসৰ সকলো বস্তু দৰ্সন কৰাইচে। তাকে চাবলৈ শ্ৰী শ্ৰী মতি মহা ৰানিও আয়ৰ্লণ্ড দেসলৈ গৈচে।

ফ্ৰান্সৰ মহা ৰজা শ্ৰী শ্ৰী লুই নাপলিয়নে ১৮৫৫ সঁকৰ প্ৰথম মেইত পাৰি নগৰত মহা দৰ্সনৰ ঘৰ কৰি দেখাব। ভাৰত বৰিসৰ সকলো বিধ বস্তু তালৈ পঠাবৰ নিমিত্তে শ্ৰীজুত গবৰ্নৰ জেনৰল লৰ্ড চাহাবে ঠায়ে ঠায়ে পত্ৰ পঠাইচে।

নুয়ৰ্ক নগৰত মহা দৰ্সনৰ এটা আৰ্চিৰ ঘৰ সাজি ১৪ জুলাই তাৰিখত মেলি দৰ্সন কৰালে। তাতে অনেক সিলৰ মুৰ্ত্তি, কাম কৰাৰ জন্ত্ৰ, বাজনা, অস্ত্ৰ সস্ত্ৰকে আদি কৰি দেখাইচে।

নুয়ৰ্ক নগৰৰ দৰ্সনৰ ঘৰত কাকত চপা এবিধ নতুন জন্ত্ৰ আচে। তাৰ ভিতৰত বৰ দিঘল থানেৰেই কাকত সুমাই দিএ, পাচে দুয়ো পিঠিত সুন্দৰ ৰূপে আখৰ হৈ সি ফালে ওলাই; ওৰ্নাওতে সমাচাৰ পত্ৰবোৰ জোখেৰে কলতে কটা হৈ, ঘণ্টাই পতি ৩০,০০০ ত্ৰিচ হেজাৰ পত্ৰ ওলাই।

এক কথাৰ প্ৰথম ভাগ বেজাৰৰ কথা; দুতিয় ভাগ মহা জনৰ ঘৰতে থাকে; দুয়ো গোট খোআটো বেপাৰিৰ ঘৰত থাকে। সেই কথা কি?

হাই-তাল।

## ডিচেম্বৰ, অৰ্থাত পুহৰ পঞ্জিকা।

Almanac for December, A. D. 1853. Sol. Sac 1776.

| ডিচেম্বৰ | আঘোন | বাৰ | তিথি | দিনমান | ডিচেম্বৰ | পুহ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৫ | ১ | ১০।২৫ | ১৭ | ৩ | ৭ | ১৭ | ১০।১৯ |
| ২ | ১৮ | ৬ | ২ | ১০।২৪ | | | | | |
| ৩ | ১৯ | ৭ | ৩ | ১০।২৩ | ১৮ | ৪ | ১ | ১৮ | ১০।১৮ |
| | | | | | ১৯ | ৫ | ২ | ১৯ | ১০।১৮ |
| ৪ | ২০ | ১ | ৪ | ১০।২৩ | ২০ | ৬ | ৩ | ২০ | ১০।১৮ |
| ৫ | ২১ | ২ | ৫ | ১০।২২ | ২১ | ৭ | ৪ | ২১ | ১০।১৮ |
| ৬ | ২২ | ৩ | ৬ | ১০।২২ | ২২ | ৮ | ৫ | ২২ | ১০।১৮ |
| ৭ | ২৩ | ৪ | ৭ | ১০।২১ | ২৩ | ৯ | ৬ | ২৩ | ১০।১৮ |
| ৮ | ২৪ | ৫ | ৮ | ১০।২১ | ২৪ | ১০ | ৭ | ২৪ | ১০।১৮ |
| ৯ | ২৫ | ৬ | ৯ | ১০।২১ | | | | | |
| ১০ | ২৬ | ৭ | ১০ | ১০।২০ | ২৫ | ১১ | ১ | ২৫ | ১০।১৯ |
| | | | | | ২৬ | ১২ | ২ | ২৬ | ১০।১৯ |
| ১১ | ২৭ | ১ | ১১ | ১০।২০ | ২৭ | ১৩ | ৩ | ২৭ | ১০।১৯ |
| ১২ | ২৮ | ২ | ১২ | ১০।২০ | ২৮ | ১৪ | ৪ | ২৮ | ১০।১৯ |
| ১৩ | ২৯ | ৩ | ১৩ | ১০।১৯ | ২৯ | ১৫ | ৫ | ২৯ | ১০।১৯ |
| ১৪ | ৩০ | ৪ | ১৪ | ১০।১৯ | ৩০ | ১৬ | ৬ | ৩০ | ১০।২০ |
| ১৫ | ১ | ৫ | ১৫ | ১০।১৯ | ৩১ | ১৭ | ৭ | ১ | ১০।২০ |
| ১৬ | ২ | ৬ | ১৬ | ১০।১৯ | | | | | |

এই অৰুনোদই গিয়ান ভণ্ডাৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাতে চাপা কৰা হৈচে। আদিতে দিলে বছৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ চসিকা।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৮ বচৰ। মোং সিৱসাগৰ, ডিচেম্বৰ ১৮৫৩। নম্বৰ ১২।

VOL. VIII. SIBSAGOR: DECEMBER, 1853. NO. 12.



## ফেঁটি সাপৰ বিবৰণ ।

Description of the Cobra.

সকলো বিধ সাপৰ মাজত প্ৰাই ফেঁটি সাপেই ডাইল হই । তাৰ গলধনৰ চাল কোমল, লোপোকা, জেতিয়া তাৰ খঙ উঠে, সেই চাল ফিকি বহল হৈ জাই । অকস্মাতে জদি সিহঁতৰ আগত মানুহ বা কোনো জন্তু ওলাই, তেতিয়া সিহঁতে ভই পাই ফোঁপাওঁৰি মাৰি ফেট তুলি খঙেৰে চকু ঘুৰাই চাই সক্ৰোধে থিয় হই । সেই সাপৰ দুই কোআৰিৰ ভিতৰে দাঁতৰ গুৰিত বিসেধে ভৰা দুটো কালে সৰু টেটোলাৰ নিচিনা মোনা থাকে; সেই মোনাৰে পৰা নিচেই সৰু এডাল নলা আহি দাঁতৰ মাজে দি ওলাই; জেতিয়া সাপে কোনো জন্তুক কামোৰ মাৰে, তাৰ কোআৰিৰ চেপা খাই মোনাৰ পৰা সেই সৰু নলাই বিস ওলাই আহি দাঁতে দি কামোৰ মৰা ঠাইৰ তেজত লাগি গোটেই গাতে উজাই জাই । মুখেৰে খোআত বিসে ন ধৰে, কেৱল তেজত বিস লাগিলেহে বিসে ধৰি মাৰে । জেতিয়া কোনো মানুহক সাপে খাই, খোজা মানুহে মুখেৰে হোঁপা মাৰি বিসৰ তেজ উলিয়াব পাৰিলে সি ন মৰে; আৰু হোঁপা মৰাতো একো বেদেনা ন কৰে ।

ফেঁটি সাপ তিনি জাতি বিধ আছে, বৰ ফেঁটি, চকৰি ফেঁটি, মাটি ফেঁটি, জঁতৰি ফেঁটি। চকৰি ফেঁটিৰ ওপৰে গলধনত বিত চকুৰ চিনিনাকৈ দুটা চকৰ থাকে, তাৰ নকচা ওপৰত লিখা আছে। তাৰ দিঘলে ২ হাতৰ পৰা ৩ হাত-লৈকে থাকে। বৰ ফেঁটিৰ হলে ৪।৫ হাত মান হই। জঁতৰি ফেঁটিৰ গলধনৰ ওপৰে নেওঠনিৰ ফুলৰ চিনিনাকৈ কুলাত কেতেৰিয়া হৈ থাকে, তাৰ চকৰ নাই, বৰনটো প্ৰাই কলা, দিঘলে ২।। হাত মান হব। মাটি ফেঁটিৰ হলে বৰনটো মটিয়া, তাৰো চকৰ নাই, দিঘলে ৩।৪ হাত মান হব।

সিহঁতে প্ৰাই হাবিতহে থাকে, বাহ গাঁতত লই, কেতিয়াবা মানুহৰ ঘৰতো সোমাই। সাপবোৰে বাজনাৰ সুৰ সুনিবলৈ ভাল পাই, জুগিবোৰেও বাজনাৰেহে ধৰি বস কৰে। কোনো কোনো বিধ সাপে কনি পাৰি পোৱালি জগাই; কিন্তু ফেঁটি আদি ভাইল সাপে কনি নে পাৰে, পেটৰ ভিতৰত কনিৰ পৰা পোৱালিহে জগে। আৰু একে বাৰেই ১০।১২ টা মান পোৱালি হই।

## দুয়ো দিসে ভাল কৰি চাব লগা।

Necessity of looking both Ways.

এক জাৰি বাটৰ মুৰত এটা মুৰ্ত্তি থৈছিল। তাৰ হাতেৰে এখান ঢাল ধৰি আছিল। সেই ঢাল একালে সোনেৰে একালে ৰুপেৰে খতা হৈছিল।

এদিন অকস্মিতে দুজন মানুহ ঘোঁৰা দুটাত উঠি দুফালৰ পৰা সেই মুৰ্ত্তিৰ গুৰি পালেহি। আৰু সিহঁতৰ মাজৰ এটাইও আগেএ সেই মুৰ্ত্তি দেখা নাই। সেই কাৰনে দুয়োটাই মুৰ্ত্তিৰ গঢ়টো দেখি অতি আচৰিত গিয়ান কৰিলে। পাচে কিচুমান বেলি দুফালৰ পৰা দুয়োটাই চাই থাকি থাকি তাৰে এটাই বুলিলে, বোলে, এই ধন সোনৰ ঢাল। সিটে এই কথা সুনিএই বুলিলে এই ধন সোনৰ ঢাল নে? জদি মোৰ চকু আছে তেন্তে এই ঢাল ৰুপৰ। প্ৰথমে কোআটে বুলিলে, জদি মই কেতিয়াবা সোনহে দেখিচোঁ, তেন্তে নিচয়ে সোনৰ ঢাল; পাচে কোআটে তাক পৰিহাস কৰি বুলিলে এনে পথাৰত নিচয়ে সোনৰ ঢাল থব, ইয়াক মই আচৰিত গিয়ান কৰিচোঁ; বাটৰুআই কিয় ৰুপৰ ঢাল লৈ নে জাই! আৰু ইয়াৰ ওপৰত জি লিখা আছে তাৰেই জানিচোঁ, এই ঢাল তিনি বচৰ ইয়াতে আছে।

সোনৰ ঢাল বুলি কোআটে ইটৰ পৰিহাস কথা সহিব নোআৰি, বৰ খঙ উঠি জুধ কৰিবলৈ ধৰিলে। পাচে দুয়োটাই আপোনাৰ ঘোঁৰা ওভোতাই জতে জুধ কৰিবলৈ ভাল, এনে ঠাইলৈ গল। আৰু আপোনাৰ আপোনাৰ মাৰিব লগিয়া জি অস্ত্ৰ সস্ত্ৰ তাকে জুগুতকৈ লৈ ৱাৰি ইটক সিটে ধৰিলেগে। তাতে দুয়ো এনে মৰা মৰি কৰিলে জে দুয়োটাৰ অনেক অনেক ঘা হোআত সক্তি হিন হৈ মাটিত পৰি মুৰ্চিত হৈ ৰল।

তেনে সময়তে এজন ভাল মানুহ বাটে দি গৈছিল। তেঁৱেই সিহঁতক সেই আপদত পৰি থকা দেখি মৰম লাগি ঘাবোৰত কিচু কিচু বন দৰব দিলেনি, কিয়নো তেঁও বন দৰব জনা গিয়ানি বেজৰ কাৰনে লগত জুগুত হোআ দৰব আছিল। আৰু সিহঁতেও কিচু গিয়ান পালে। জেতিয়া সিহঁত অলপ বস্ত হল, তেতিয়া তেঁও সিহঁতত সেই আপদৰ কথা সোধাত আৰে এটাই কলে, বোলে, এই ঘোঁৰাত উঠা মানুহে এই ঢাল ৰুপৰ বুলি কই, তাতে ইটে বুলিলে, এই মানুহে এই ঢাল সোনৰ বুলি কই, এই কেনে আচৰিত কথা।

তেতিয়া সেই বাটৰুআ জনে ভালেমান হাঁ হাঁ চি চি কৰি বুলিলে, অস অস, হে ভাইহঁত, তোমোলাকে দুয়োটাই সঁচা বুজিচা, আৰু দুয়োটাই মিচাও বুজিচা; তোমোলাকৰ এটায়ে জদি আপোনাৰ নে দেখা ফালে দেখিলাহেঁতেন, তেন্তে ইমান খঙ আৰু তেজেৰে তোলবোল নো হোআইক। কিয়নো এই ঢাল একাল সোনৰ একাল ৰুপৰ, এই কাৰন আজি তোমোলাকৰ জি দুৰ্দসা হল, তাৰ নিমিতে সিখা পোআ আৰু তোমোলাকে কোনো বস্তুৰ দুয়ো ফাল নো চোআকৈ কদাচিতো মন্দ কল্পন ন কৰিবা।

## এজন কইদি আৰু এন্দুৰৰ কথা।

Story of the Prisoner and his Rat.

ফ্ৰাঞ্চ দেশৰ পাৰিচ নগৰত বাস্তিল নামেৰে এখন বৰ বন্দিশাল আছিল। ৰজাই যদি কোনো জনত বেজাৰ পাইছিল, তেন্তে তাক সেই বন্দিশালত বন্দি কৰি থৈছিল। কেতিয়াবা কোনো মানুহক বৰ ভাৰি লোঅা দি বাহিৰলৈ ওলাবলৈ নি দিয়াকৈ আৰু আপোন মিত্তিৰ কুটুমৰ মুখকো দেখিবলৈ নি দিয়াকৈ বহু বচৰলৈকে কইদ কৰি ৰাখিছিল। এনেদৰেৰে লাতুদি নামেৰে এজন মানুহক তাৰ একুৰি তিনি বচৰ বয়সত একুৰি পোন্ধৰ বচৰলৈ মিয়াদ দি থৈছিল। পাচে সি যেতিয়া মুকলি হল, তেতিয়া সি নিচেই বুঢ়া আছিল। এই মানুহটক যি কোঁঠালিত থৈছিল, সেই খোঁটালি নিচেই সৰু। কইদিটক যি জনে তাৰ খোঅা আহাৰ যোগাবলৈ আহিছিল, সেই জনৰ বাহিৰে সি আৰু অন্য কোনো জনৰ মুখ কেতিয়াও দেখিবলৈ নে পাইছিল। তাৰ সকলো দুখতকৈ এইটো বৰ দুখ আছিল; কিয়নো মানুহৰ সগ সমনিয়াৰ লগত যিমান আনন্দ, অলপ বস্তুএহে মানুহক তাতকৈ আনন্দ কৰাব পাৰে।

লাতুদিক থোআ খোঁটালিৰ মুখৰ পোনে এটা চিদুই দি যি একেটি বেলিৰ পহৰ পৰিচিল তাৰ বাহিৰে আন একো পহৰ তাৰ খোঁটালিত নাচিল; দেৱাল ডাঠ হোআৰ কাৰনে সেই পহৰ একেৰিও থোৰ আছিল। এদিনা লাতুদিএ সেই চিদুই দি চাঁওতে তালেমান দুৰত এটা এন্দুৰক আহিবৰ দেখিলে। এন্দুৰ হেন বস্তুক মানুহে ওচৰলৈ আহিবলৈ ঘিন কৰে, কিন্তু লাতুদিএ এনেহে অকল সৰিয়া আছিলে, যে তাৰ ওচৰলৈ যদি কোনো জিয়া জন্তু আহিব, তাতে সি যেন বৰ আনন্দ পাব। এন্দুৰটোএ যেন ভই খাই নে যাই, এনে বুজিএৰে লাতুদিএ লাহেকৈ ৰুটি এডোখৰ তালৈ দলিয়াই দিয়াত, এন্দুৰটোএ আহি ৰুটি ডোখৰ নি আন এডোখৰ পাবলৈ বাট চাই আছিল, তাকে দেখি লাতুদিএ আৰু কিছু কম দুৰৈত আন এডোখৰ দিলে, পাচে এন্দুৰে আহি অ-ঙ্গে নিয়াত, আৰুও এডোখৰ নিচেই ওচৰত দিলে; যেনেকৈ এন্দুৰক ওচৰ চপাব পাৰে। এই দৰেৰে লাতুদিএ আপোনাত এন্দুৰক বিশ্বাস কৰালে। এন্দুৰে ৰুটি খাই খাই যি আগলিকা থাকে, তাক আপোন গাঁতৰ ভিতৰলৈ লৈ যাই। তাৰ পাচৰ দিনা এন্দুৰে আহি আৰুও দেখা দিয়াত লাতুদিএ তালৈ ৰুটি আৰু মঙহ এডোখৰ দলিয়াই দিলে, মঙহত এন্দুৰৰ বৰ আনন্দ; সেই এন্দুৰে এনেহে পোহ মানিলে যে ত্ৰিতিয় দিনা আহি লাতুদিৰ হাতৰ পৰাও ৰুটি খাবলৈ ধৰিলে। পঞ্চম দিনা এন্দুৰে চাই সলনি কৰি আপোন উপকাৰিৰ ওচৰত গীত কৰি বাহ সলেহি। আন দিনা আৰুও অতি ৰাতি পুআই লাতুদিৰ হাতৰ পৰা আহাৰ পাবলৈ আহি সেই দিনা দিনত আৰু দেখা নি দিলে। আনেকা দিনা অতি ৰাতি পুআই সেই এন্দুৰে আন এটা মাইকি এন্দুৰ লগত লৈ ওলালহি। ন এন্দুৰে সেই কইদিৰ ভয়ত কেৱল মুখ মাথোন গাঁতৰ পৰা উলিয়াই আছিল। লাতুদিএ যেন ইটো এন্দুৰকো কোনো মতে ভুলাই অনাব পাৰে, এনে আসয়েৰে তালৈ ৰুটি আৰু মঙহ এডোখৰ দলিয়াই দিলে, কিন্তু তাই ওলাবলৈ সাহ ন কৰিলে। আগৰ এন্দুৰটোএ লাতুদিৰ ওচৰত নিৰ্ভয়ে ইচা মতেৰে ৰুটি খোআ দেখি, তাই আৰু গাঁতত থাকিব নোআৰি সৰি আহি এডোখৰ লৈ গাঁতত সোমাল। এই দৰেতকৈ লাহে লাহে বলি হৈ আহিলত আগৰ মতা এন্দুৰটোৱে সৈতে তাই কৰ্হা আজোৰা কৰিবলৈ ধৰে। যেতিয়া তাই মতাটোৰ মুখৰ পৰা ৰুটি কাঢ়ি নিএ, তেতিয়া সি লাতুদিৰ ওচৰত গোচৰ কৰিবৰ দৰে আহি সান্তনা খোজেহি। তাৰ মুখৰ পৰা কাঢ়ি নিয়া ডোখৰৰ সলনি যদি লাতুদিএ তাক আন এডোখৰ দিএ, তেন্তে বান্দৰে যেনেকৈ দুই হাতেৰে ধৰি বহি খাই সেই দৰে সিও এনেহে অহৰেৰে বহি খাই থাকে, যিহতে মাইকি জনিএ আহি কাঢ়ি নিব নোআৰে; মতাটোএ এনেহে

পোই মাজিলে যে তাক এজনে পুহিব পাৰে।

মতাটোএ লাতুদিৰ হাতৰ পৰা কটি খোজা আৰু তাই গাঁতত তোকে থকা দেখি এদিনা লাতুদিএ কটি এতোখৰ দলিয়াই দিওঁতে তাই আহি, ওপৰতে জাঁপ মাৰি দাঁতেৰে কামুৰি ধৰি গাঁতৰ কাললৈ টানিছে মতাটোএও আৰু ভাল মতে ধৰিছে, এই দৰে সিৰিলাকৰ মাজত বৰ বিবাদ লাগি দুয়ো গাঁতৰ কাললৈ বাগৰি অোআত মাইকি জনিএ মতাটোক টানি নিলে। এনে বিবাদ দেখি সেই সময়ত লাতুদিএ আনন্দত সকলো দুখ পাহৰিছিল।

ক্ৰমে ক্ৰমে এই মাইকি জনিও সেই মতা এন্দুৰটোৰ দৰে লাতুদিৰ লগত চিনাকি হোআত তেঁওৰ হাতৰ পৰা খাবলৈ ধৰিলে। পাছে ত্ৰিতিয় এন্দুৰ এটাই আহি দেখা দিলেহি, জি আগৰ দুটাতকৈ নিৰ্ভয়ে আহিছিল। এই এন্দুৰটোএ দুতিয় বাৰ দেখা দিওঁতে আপোন বাঁহৰ পৰা আন আন এন্দুৰক লগত আনিবলৈ ইচা কৰিলে। ত্ৰিতিয় দিনত ই দুটা এন্দুৰ লগত লৈ ওলালহি, পাছে এক সপ্তাহৰ ভিতৰতে আৰু পাঁচোটা আনিলে। এই দৰে ক্ৰমে ক্ৰমে এক পখৰ ভিতৰত বৰ বৰ দহোটা এন্দুৰ লাতুদিৰ চাৰিও ফালে হল। লাতুদিএ সিৰিলাকৰ গাই গাই নাম দিছিল, আৰু সিৰিলাকেও আপোন আপোন নামি বুজ পাইছিল। জেতিয়া তেঁও সিৰিলাকক মাতে, তেতিয়া সিৰিলাকেও ওলাই আহে। তেঁও কেতিয়াবা সিৰিলাকৰ আপোন কাঁহিৰ পৰা খাবলৈ দিছিল কিন্তু সিৰিলাকৰ লেতেৰা আচৰণৰ কাৰণে ভিন ভিন বাচনত খাবলৈ দিছিল। আৰু তেঁও কেতিয়াবা হাতত কটি বা মঙহ এতোখৰ লৈ হাত খন ওপৰলৈ দাঙি ৰাখি সিইতক জাঁপ মৰোআইছিল। সিইতে খাই এটাদে লাতুদিএ সিইতক আৰুও নচুআইছিল। অলপতে সিইতে লাতুদিৰ ওমলা সবাৰ নিচিনা হল। তেঁওৰ আগত জিমান পৰলৈকে এন্দুৰবোৰে সেই দৰে থাকে, তিমান পৰলৈকে তেঁও বৰ আনন্দ পাইছিল। লাতুদি জেন আৰু কেতিয়াও বন্দিশালৰ পৰা মুকলি ন হব তেঁওৰ এনে ইচা হল; কিয়নো সংসাৰত কেৱল বিবোধ, আৰু দুষ্টালি, আৰু সেই ঠাইত কেনে আনন্দ আৰু কুশল আছিল! কিন্তু এন্দুৰবোৰৰ লগত তেঁওৰ জি আনন্দ, সেয়ে অনেক দিনলৈ নে থাকিল, কিয়নো দুৰচৰৰ মুৰত জত তেঁওৰ এন্দুৰবোৰ জাব নোআৰে, এনে দুৰত থকা একুঠিলৈ তেঁওৰ জাব লগা হল। ইয়াতে তেঁও ভালেমান কান্দিলে। আৰু তেঁও জে অনেক দিনলৈ বন্দিশালত থাকিব লগা হল, এই দুখ তেঁওৰ মনত বৰকৈ উঠিব ধৰিলে।

আমি ইয়াতে দেখোঁ, অকলসৰে থাকিবলৈ কেনে দুখ; আৰু কেনে আনন্দেৰে মানুহে অকলসৰে থকাতকৈ কোনো বিধ বস্তুৰে মিল হব পাৰে। এই বিষয়ত আমি ইয়াকে দেখোঁ, জে জি বস্তু আমালৈ কেতিয়াবা কেতিয়াবা খিন লগা হই, সেয়ে আকও কেতিয়াবা কেতিয়াবা আমাৰ প্ৰয়োজনত লাগে, আৰু আমাৰ বেৰহাৰতো লাগে। ৰ. ন.



সোম ধানৰ নকচা।

## আগৰ কালৰ ভবিস্যত বাক্য।

The Kingdom of Messiah.

আছিলে ভবিস্যত বচন, সুনা জি প্ৰকাৰ;
জনমিব কন্যাৰ গৰ্ভে খিয়াতিমন্ত কুমাৰ।
দেখা, য়িচইৰ মূলৰ পৰা সিইৰি ওলাই,
তাহাৰ ফুলৰ সুঘ্ৰান উঠি স্বৰ্গপুৰি পাই;
তাৰ পাতত পবিত্ৰ আত্মা কৰিব গতি,
পবিত্ৰ কপৌএ আহি লব বসতি।
ওহে স্বৰ্গ, অম্ৰিত নিয়ৰ ভূমিত বৰষাওক,
কৰুনামই ব্ৰিষ্টি ৰাকি সান্ত ৰূপে দিওক;
তাতে ব্ৰিক্ষ বাঢ়ি দিব দুৰ্বলিক উপাই,
ধুমুহাতে ৰখ্যা পাব, বনতো আস্ৰই।
গুচি জাব পাপ সকলো পলাই কপট মুল,
নিয়ায়ে আহি ধৰিব, আপোন হাতে তুল;
মেলিব কুসলে ঠালক তুমি কৰি অন্ত,
পুন্যে সুক্লা বস্ত্ৰ পিন্ধি স্বৰ্গৰ নামিবন্ত।

### প্ৰভুৰ জনম।

কাল ৰূপ ৰাত্ৰি বচৰ চলি সিঘ্ৰে প্ৰভাত হওক,
কৈন্যান যুক্ত পুত্ৰ আহি বেগে জনমাওক।
প্ৰক্ৰিতিক বসন্ত কালৰ মালা কৰে দান,
সুগন্ধ ধুপে সৈতে আনি কিৰিট প্ৰধান।
দেখা, দাঙ্গে আপোন মাথা গিৰি লিবানন,
পৰ্বতৰ ওপৰে নাচে সৰ্ব ব্ৰিখ্য গন;
সুগন্ধি মচলা উঠে নম্ৰ স্যাৰোনৰ,
আকাসতো সুঘ্ৰান হৈছে ফুলে কাৰ্মেলৰ।
অৰন্যৰ মাজতো সুনা, সব্দ হৰিসিত,
দিয়া পথ, সুজুগুত কৰি, ইস্বৰ হই বিদিত;
ইস্বৰ, ইস্বৰ, মহা ধনি সুনা পৰ্বতত,
সিলেও মাতে, দেখা, প্ৰভু পালে ওচৰত।
আকাসৰ পৰা তেঁওক গ্ৰাহ্য কৰিছে ভূলোক,
তললৈ নোমাই আওক গিৰি, ভৈয়ামো উঠোক।
মাথা নমাই, হে গছ সকল, কৰিও সন্মান,
পথ ওলাওক সাগৰৰ মাজে, সিলো হওক সমান।
ভবিস্যত ত্ৰান কৰ্ত্তা আহে, এহি মৰ্ত্ত্য লোক,
সুনা, হে সকলো কনা, দেখিও অন্ধক।

### প্ৰভুৰ আচৰিত কৰ্ম।

দায়াৰে কৰিব কনাক তেঁও সুদ্ৰিষ্টি দান,
দ্ৰিষ্টি হিন চকুতো প্ৰভু দিস্তি বৰদান;
জাকৰা বোবাবো জিবাৰ বন্ধন চিজিব,
কনাৰ কানত মধুৰ সব্দ সুৰম কৰাব;
খোৰা কোনাই তেঁওক অনস্যা কৰিব কিৰ্ত্তন,
নাক মাৰিব ম্ৰিগ তুল্য হৰ্ষ কৰি মন।
হৰা মুৰা, লোক, ভূলোকত স্বু সুনিব কান,
সকলোৰে চকু পানি টোকে সনাতন।
অবিনাসি জিজিৰিৰে ম্ৰিত্যুক বান্ধিব,
নৰকি ভয়ানক ভুতো মৰ্দন কৰিব।
জেনে মেৰৰ ৰখিয়াই কৰে মেৰক প্ৰতিপাল,
উত্তম ৰাঘুৰ ঠাই বিচাৰি খুআই ঘাঁহো ভাল;
হেৰোআ, অপথে জোআক বিচাৰি আনই,
দিনে ৰাতি ৰাখি থাকি জাককে পালই;
কোমল মেৰ পোআলি ৰাখি আপোন ম্ৰিদু হাত,
আহাৰ খুআই, লই সাবটি ৰখিয়াৰ হিয়াত:
সেই ৰূপে তেঁও কৰে সকল মনুস্যৰ সন্তান
ভবিস্যত কালৰো পিত্ৰি কৰিব পালন।

### প্ৰভুৰ ৰাজ্য সম্পূৰ্ন হোআ।

ৰাজ্যে ৰাজ্যৰ অহিত কৰি কতো নুচিব,
অগ্নিৰূপ হিংসাৰ চকুৰে গোট নাহি খাব;
চোকা অস্ত্ৰ সস্ত্ৰে ৰনৰ ঠাই নে বেৰিব,
সিঙ্গা, ভেঁৰি, ৰনৰ বাদ্যে ক্ৰোধ ন জলাব।
সাজিব নাঙ্গলৰ কালো ভাঙ্গি তৰোআল.
ৰৰচাৰে কাটি গঢ়াই লব সেহি কাল।
তাতে অনেকো ৰাজপুৰি হবগৈ উত্তপন,
পিত্ৰিৰ সকল কাৰ্জক পুত্ৰে কৰিব সাধন;
তেঁওৰ বঙ্গহত দ্ৰাখ্যা লতাই চাঁ দি ধৰিব,
জি সিঁচিব, সেয়ে সম্যক ভোজন কৰিব।
মৰু ভুমি বাটৰুআই দেখে আচৰিত,
পদ্ম আৰু ত্ৰিন সকলে কৰিছে সুভিত;
সুকান ভৈয়ামতো সুনে সবদ কোলাহাল,
নতুন জানৰ পানিৰ সোঁতে কৰিছে আহ্লাদ।
সাপ অজগৰৰ বসতি সিলনি ওপৰ,
ত্ৰিন আদি অকস্মাত গজি ৰাসুত কৰে লব;
কাঁইট গছেৰে আশ্ৰিত হোআ বালুকামই থান,
সুগন্ধি পুস্পে কৰিছে তাহাক সুঘ্ৰান;
পাত নো হোআ সুকান গছত মেলে ফুলো পাত,
সকল অকত্য গুচি, হব সুশ্ৰিখ্যাৰছে জাত।
ৰাঘ কুকুৰৰ সঙ্গে চৰে মেৰৰ পোআলি,
পুস্পাহাৰে ৰাখক বাঘে লৰা চোআলি;

গৰু সিংহে একে পাত্ৰে কৰিব ভোজন,
হিংসা তেজি সৰ্প্পে চুব লোক জাত্ৰিৰ চৰন।
কেঁচুআ লৰাবোলে দেখা, হাততে আপোন,
নিৰাপদে কাল সাপকো কৰিচে ধাৰন;
কেঁকোৰা বিচাৰো চালত নিৰিখন কৰি,
থাকিচে উমলি সিসু তাৰ হুলত ধৰি।

**নতুন যিৰুচালমৰ কথা।**

উঠা, চালম ৰাজ্য, উঠাহে, মেলিয়া নয়ন,
সহিত মাথা তুলি পিন্ধা দিপ্তিৰে ভুসন।
দেখা, বহু প্ৰজাই চাপে মন্দিৰৰ ওচৰ,
সেয়ে তোমাৰ পুত্ৰ নাতি ভবিস্যত কালৰ।
সিবিলাকে চাৰিও কালে সাৰি সাৰি হৈ,
জিৱন অপেখাৰে আছে, আসা স্বৰ্গলৈ।
দুৰৰ পৰা নানা দেসি জাতি কত জন,
দপ্তিময় ৰাজধানি দেখি কৰে আগমন;
জগ্যাৰ ভেটি ৰজাগনে প্ৰনামকৈ দেৱই,
চাৰিয়াৰ সুগন্ধি দ্ৰব্য তাতে দান কৰই।
তোমাৰ অৰ্থেহে ইদুমাৰ হাৰি ফুলিচে,
জিলিকি ওফৰ পৰ্ব্বতৰ সোনা ওলাইচে।
দেখা, স্বৰ্গে মেলি দিচে, আপোনাৰ দুআৰ,
কৰিচে প্ৰচণ্ড দিপ্তি কাৰনে তোমাৰ।
সুৰ্জ্জে নাহি দিব আৰু প্ৰভাতৰ কিৰন,
চন্দ্ৰমা ন কৰে জানা নিসাৰো সোভন।
সংসাৰৰ বিনাসি ৰবি জানা হব থই,
কিন্তু অবিনাসি ৰবি কৰিব উদই;
সেহি পৰমাৰ্থ সুৰ্জ্জে দিপ্তি কৰিব,
দিন ইস্বৰৰ কাল অনন্ত তোমাৰহে হব।
সাগৰো বিনাস হৈ জাব, আকাস ধুঁআময়,
সিলো ভস্ম হব, পৰ্ব্বত পমিৰ নিচই।
কিন্তু প্ৰভুৰ বাক্য সক্তি জানিবা অখই,
খ্ৰিস্টৰ ৰাজ্য, মহিমা সাসন, চিৰকালে ৰই।

ন. স. ক.



উৰি জোআ মাচৰ নকচা।

## মহা চিকন্দৰ আৰু তেওৰ মাক।

**Alexander and his Mother.**

জদিও পিত্ৰি মাত্ৰি অনিয়াই আৰু মন্দ স্বভাৱৰ লোক হই, তথাপি সিবিলাকৰ সন্তান সন্ততিএ সিবিলাকক মান সত্কাৰ কৰিব লাগে, আৰু সিবিলাকৰ তেনে আচৰন সহি থাকিব লাগে। ওলিম্পিয়াচ নামে মহা চিকন্দৰৰ মাক এক লুভিয়া তিৰোতা আচিল, তাই আপোন পুত্ৰক অতি কষ্ট দিচিল। চিকন্দৰে জেতিয়া আচিয়া দেস জই কৰি কৰি অগ্ৰসৰ হৈচিল, তেতিয়া তেঁও জি জি উত্তম দিপ্তিমন্ত বস্তুবিলাক লুটত পাইচিল, তাৰ ভিতৰৰে কোনো উত্তম বস্তু মাকলৈ আপোনাৰ প্ৰেমৰ চিন বুলি পঠাই দি মাকত এই প্ৰাৰ্থনা কৰিলে, মাত্ৰিএ দেসৰ বিসই কৰমত জেন একোকেই নু চুব, কিন্তু আন্তিপাতৰ নামে জে মোৰ দেসৰ সাসন কৰ্ত্তা আচে, তেঁৱে জেন কুসল মতে দেস চলাই, এনে অনুমতি দিব। তেঁওৰ এনে প্ৰাৰ্থনাত মাকে তেঁওলৈ এক ইতি কটুৰ উত্তৰ দি পঠিয়ালে; কিন্তু তেঁও মাকলৈ একো কটুৰ কথা ওভতাই নু বুলি মাকৰ সেই কটু কথা নম্ৰ ভাৱে সহিলে। কোনো এক কাৰনত চিকন্দৰৰ মাকৰ অনিয়াই আৰু দৌৰাত্ম্যকাৰি হলত আন্তিপাতৰে তেনে আচৰনৰ কথা আপোন দুখ জনাই তেঁওলৈ লিখি পঠিয়ালে। তাতে চিকন্দৰে কেৱল এই কথা মাথোন বুলিলে, বোলে, আন্তিপাতৰে নে জানে, জে মোৰ আইৰ এটোপা চকুৰ লোএই আন্তিপাতৰৰ তেনে চস পত্ৰৰ দুখৰ কথা মোৰ মনৰ পৰা গুচাবৰ সক্তি আচে। ৰ. ন.

---

তুমি আপোনাৰ পিত্ৰিক মৰ্জ্জদা কৰা, তাতে তোমাৰ ইস্বৰ জিহোৱাই তোমাক জি দেস দিএ, সেই দেসত তোমাৰ আয়ুস দিঘল হব।

অসুয়া ভাৱে পুষ্ট গৰু ভোজন কৰাতকৈ প্ৰেম ভাৱে সাক মাত্ৰ ভোজন কৰাই ভাল।



পুৰনি ৰূপত লিখা মহা চিকন্দৰ বাদস্যাৰ নকচা।

Head of Alexander the Great, from an ancient Coin.

চিকন্দৰ নামে মাকেদনিয়া দেসৰ এজন মহা ৰজা আছিল, তেঁওৰ জনম খ্রিষ্ট সঁকৰ ৩৫৬ বচৰৰ আগেয়ে হৈছিল। সেই সঁকতে এফেচ নগৰৰ দিয়ানা দেবিৰ মন্দিৰ নষ্ট কৰা হল।

এঁওৰে বাপেক ফিলিপ মহা ৰজাই আচিয়া দেস আক্রমন কৰিবৰ খোজাত কোনো ক্রহিয়াই গুপুতে ধৰি মাৰিলে। তাতে চিকন্দৰৰ ২০ বচৰ বয়স হোআত মহা ৰজাৰ আসন পাই ৰজা হল। পাচে ভিবেচ আদি কৰি গ্রিকৰ কোনো কোনো নগৰবোৰে তেঁৱে সৈতে যুধ পতাত তেঁও সকলোকে জিনি ললে। দুই বচৰৰ পাচে পাৰ্চি দেসৰ দাৰিয় মহা ৰজাই সৈতে ৰন কৰিবলৈ ৪০,০০০ হেজাৰ সেনা তেঁও লগত লৈ গল। পাচে পাৰ্চিবোৰক ৰনত জিনি ফৈনিকিয়া, দামেচক আদি কৰি অনেক নগৰ ললে। চোৰ নগৰৰ মানুহবোৰে তেঁৱে সৈতে ৰন কৰাত তাক জিনি, মানুহবোৰকো অনেক কঠিন সাস্তি দি মাৰিলে। পাচে ভাৰত বৰ্সলৈ আহি, খ্রিষ্টৰ আগে ৩২৭ সঁকত সিন্দ নদি পাৰ হৈ আটক নগৰ পালে। তাতে অনেক ৰজা সৰনাপন হলহি, কিন্তু পোৰচ ৰজাই তেঁৱে সৈতে ৰন কৰাত সেই ৰজাকো জিনি ললে। পাচে পঞ্জাব দেস দখল কৰি, হিন্দুস্থানলৈ আহিবলৈ অভিপ্রাই কৰিলে। কিন্তু বৰ গৰম আৰু ৰাবিসাৰ নিমিত্তে আহিব নোআৰাত উভতি গল। পাচে বাবেল নগৰতে নিবাস কৰি সুখেৰে কাল যাঁপিলে; আৰু ১ ৩ বচৰ ভোগ হোআতে অধিক সুৰা পান ক ৰি কৰি ম্রিত্যু হল।

## বিবাহৰ সময়ত জি সকল নিয়ম প্রতিপালন কৰা কর্তব্য তাৰ কথা।

On Marriage.

এই প্রিথিবিৰ সকলো বিধ প্রানিএ, ইটে মিটে বেলেগ থাকিও এক অতি অনুপম সিকলিৰ দোআৰাই বন্দি হৈ, আপোন আপোন কার্জ্জ সাধন কৰিচে। আৰু কেতিয়াও এই সিকলিৰ পৰা মুকুত হৈ, স্বতন্ত্রে থাকিব নোআৰে। জগত ইস্বৰে আমাক ভক্তি, চেনেহ, দায়া প্রভৃতি জি সকল মনোৰম ব্রিতি দিচে, সি সকলোকে সুন্দৰকৈ বিচাৰি চালে, আমি নিচই জানিব পাৰিম, জে মানুহে সমাজ পাতি, গাঁও বা নগৰত, একে লগে থকা, আৰু সংসাৰ তিয়াগ ন কৰি গ্রিহ ধৰমত থকাইহে তেঁওৰ অভিপ্রাই। এই ব্রিতি সকলৰ কাৰনে, সকলোএ সৈতে মিলি থাকি গ্রিহস্থ আস্রমক আস্রই কৰিবলৈ আমাৰ ইচা হই; আৰু এই গ্রিহস্থ আস্রমত বিবাহ জে পৰম সুভ দায়ক, ইয়াত একো সংসই নাই। জেতিয়া মানুহক জগত ইস্বৰে বুধি ব্রিতি দিচে, তেতিয়া তেঁওবিলাকে বিবাহৰ জৰিৰে বন্দি হৈ সংসাৰত থাকি ভাত কৰিব লগিয়া সকলো নিয়ম প্রতিপালন কৰা সর্বতো ভাবে উচিত। বিবাহ, অর্থাত জি নিয়মৰ দোআৰাই জিয়াই থকা দিনলৈকে তিৰি পুৰুসে একত্রে বাস কৰা জাই, সি কেৱল মানুহৰহে স্বভাও এনে ন হই; পহু পখিবোৰেও জুৰে জুৰে থাকি চেনেহ প্রিতি প্রকাস কৰি থাকে, আৰু মানুহৰ দৰে সন্তানকো প্রতিপালন কৰে। হিন্দু, চিন, পার্চি, য়িহুদি, গ্রিক, ৰোমান, ইংৰাজ, ফ্রাঞ্চি প্রভৃতি পুৰনি আৰু এই কালৰ প্রধান প্রধান জাতিৰ মাজত আৰু প্রাই সকলো দেসতো এই নিয়ম চলিত আচে; কিন্তু সকলো বিসয়তে সকলো জাতিৰ মাজত ভাল ৰিতি নাই। জি সকল নিয়ম প্রতিপালন কৰি গ্রিহ ধৰমত থকা উচিত, আৰু জাক মানিলে উপকাৰ হই, তাৰে কেইটামান এতিয়া লিখিচোঁ।

প্রথম নিয়ম। জাৰে সৈতে জিয়াই থকা দিনলৈকে একে লগে একে ঘৰে থাকি সকলো ঘৰৰ কৰম কৰা উচিত, তাৰে সৈতে বিবাহৰ জৰিৰে বন্ধা হোআৰ পুর্বেই পৰসপৰ কথোপকথন কৰা, দুয়ো দুইৰ স্বভাও চৰিত্র পৰিখা কৰা, প্রিতি প্রকাস কৰা আৰু আগৰ কালত দুয়ো সুখে থাকিব পাৰিব নে নোআৰিব, তাক চোআ উচিত। এই নিয়ম প্রতিপালন ন কৰাৰ দোসত হেজাৰ হেজাৰ মানুহে বিয়া কৰাই অসুখে দিন নিয়াইচে। বিবাহৰ আগেএ দৰা কন্যাৰ স্বভাও পৰিখা কৰিব নোআৰিলে, পাচে অসেস জন্ত্রনা ভোগ কৰিব লাগে। জদি স্বামি আৰু তিৰোতা দুইৰো মতি, বুধি, গিয়ান আৰু ধৰম ভিন ভিন হই, তেন্তে দুয়ো চিৰকাল অসুখে নিয়াব, আৰু জদি সিইঁতৰ মাজত প্রথমতে প্রিতিৰ সঞ্চাৰ হোআ দেখা জাই, সিও অলপ কালৰ। জদি স্বামি মিচা কথা কোআ, অধৰমিয়া, দায়াহিন হই, আৰু তিৰোতা দায়ালু আৰু পুন্যাত্মা হই, তেন্তে সিইঁতৰ মাজত প্রিতি থকা অতি কঠিন। জদি স্বামি সন্তোসি, গিয়ানি, বিদ্যাৱন্ত হই, তাৰ তিৰোতা অসন্তোসিয়া, মুর্খ, অলঙ্কাৰ প্রিয়া, দুসি আৰু দন্দু হই, তেন্তে সিইঁতে জে সুখে থাকিব এনে সম্ভৱনা নাই। ঘৰত এই সকল দোসৰ পৰা অসুখ হলে, সিইঁতৰ মাজত এই সুখময় সংসাৰ একে বেলিএ বিসময় হই, অপ্রিতিৰ কাৰনে অনেক এই দেসি ভাল ভাল মানুহৰ ঘৰত বৰ অসুখ হৈচে, তাক সকলোএ জানে, আমাৰ বিসেস কবৰ আৱস্যক নাই।

দুতিয় নিয়ম। জেনে কেঁচা গুটি ৰুপে তাৰ গচ ন হয়েই, অথবা হলেও সুন্দৰ ফল পোআ নে জাই, সেই দৰে অসম্পূর্ন কাল, অর্থাত, অলপ বয়সতে লৰা চোআলিৰ বিবাহ হলে, তাৰ পৰা জি সন্তান উত্পতি হই, সিও নিস্তেজ, নির্বলি, অলপ আয়ুসিয়া আৰু নির্বুধি হই। সন্তানৰ স্বভাৱৰ দোস এই পাপৰ প্রধান প্রতিফল। জেনেকৈ এটা ঘৰত জুই লাগিলে, তাৰে লগত কোখৰত থকা আন ঘৰো পোৰে;

সেই দৰে এই বৃত্তাণ্ড সোল পাপৰ কাৰনে নানা বিধ পাপ উত্পতি হই। দৰিদ্ৰ হোআও অলপ বয়সত বিয়া কৰোআৰ ফল। লৰা চোআলি বিদ্যা সিকি গিয়ানি আৰু আপুনি আৰ্জি খাবলৈ সক্তিমান হোআৰ পুৰ্বে সিহঁতৰ বিয়া হলে সিহঁতে তেতিয়া বিদ্যা সিকা দুৰৈত থাওক, অলপ কালতে আই বোপাই হই, আৰু পাচে সন্তানাদি আৰু আপুনি খাব পিন্ধিবলৈ নে পাই দুখে কাল নিয়াই। এই ক্ৰমে সেই সন্তানৰ সন্তানবো নানা দুৰ্গতি হই। জদি তিৰোতা অতি কদাচাৰি হই, তেন্তে স্বামিৰ বিবাহ কৰা কেৱল গলগ্ৰহ মাত্ৰহে। স্বামি তিৰোতাৰ মাজত জদি প্ৰিতি থকাই প্ৰধান অলঙ্কাৰ হই, তেন্তে দুইৰো সম ভাও আৰু বয়সতো অলপ সৰু বৰ হোআহে উচিত। সমনিয়াই লৈতে জিমান মিল প্ৰিতি হই, বয়সে তাৰুৰ হলে তিমান ন হই। ৫০ বচৰিয়া বুঢ়াই লৈতে জদি ১৫ বচৰিয়া চোআলিৰ বিয়া হই, তেন্তে সিহঁতৰ মাজত প্ৰিতি কেতিয়াও ন হই। বিচাৰি চোআ, জাৰে লৈতে সমান ভাৱে আৰু প্ৰিতিৰে আচৰন কৰিব লাগে, সি জদি পিতামহৰ বয়সিয়া হই, তেন্তে কি ৰুপে পতি পত্নিৰ ভাও থাকিব। আগেএ ভাৰত বৰ্সত স্বয়ম্বৰা, অৰ্থাত তিৰোতাই আপুনি দৰা বাচি লবৰ ৰিতি আচিল, আৰু ইয়াক গুনি চালে এক সুন্দৰ নিয়ম বুলিব পাৰি। ই আৰু এই দৰৰ বহুত সুনিয়ম থকাত আগৰ কালৰ হিন্দুবিলাক বিদ্যা বুধি, সক্তিত, এতিয়াৰ কালৰ হিন্দুতকৈ বৰ ভাল আচিল। তেতিয়াৰ হিন্দুবিলাকৰ সন্তান হৈ, কুৰেহাৰৰ দোসত এতিয়াৰ হিন্দুবিলাক বল, বুধি, সক্তিহিন হৈচে। জৰ্মানি দেসত এটা সুন্দৰ ৰিতি আচে। বিবাহৰ পুৰ্বেই দৰাই ভাৰ্জা আৰু সন্তান সন্ততিক পালিব পাৰিব নে নোআৰিব, তাৰ প্ৰমান বিচাৰ পতি বা পোৰোহিতৰ আগত দিব লাগে। আৰু সিহঁতৰ পুৰুসৰ ২৫ বচৰ, তিৰোতাৰ ১৮ বচৰ, বয়স সম্পুৰ্ন ন হলে বিবাহ ন হই।

ত্ৰিতিয় নিয়ম। অলপ বয়সত বিবাহ হোআৰ নিচিনা বুঢ়া কালত বিবাহ হোআও বিসম। কিয়নো মানুহৰ জেতেকে বয়স বাঢ়ি জাই তেতেকে সিহঁতৰ গিয়ান বুধিবো বিপৰিত হই। আৰু এই কাৰনে সিহঁতৰ মাজত প্ৰিতি হব নোআৰে। এতেকে বুঢ়া কালত চোআলিক লোআও নিসেধ কৰা উচিত। বিবাহৰ পুৰ্বে দৰা কন্যাৰ বয়সৰ প্ৰিতি বিবেচনা কৰা কৰ্তব্য। গ্ৰিক দেসৰ লাইকৰ্গচ নামে ব্যৱস্থাৰ গৱাকিএ পুৰুসৰ ৩৭ বচৰ আৰু তিৰোতাৰ ১৭ বচৰৰ কমে বিবাহ নিসেধ কৰিচিল। সেই দেসৰ মহা পণ্ডিতেও পুৰুসৰ ৩০ বচৰ, তিৰোতাৰ ১৮ বচৰ ন হলে বিবাহ দিয়া অজুগুত বুলি কৈচে। কিন্তু এতিয়া এই কালৰ অনেক লৰ হবৰো দেখা সুনা গৈচে। ভাৰত বৰ্সতো আগেএ এই বিসয়ৰ সুনিয়ম আচিল।

চতুৰ্থ মায়ুষোভাগ মুষিত্বাদ্যংগুৰৌদ্বিজঃ।
দ্বিতিয় মায়ুষো ভাগং ক্ৰিতদাৰো গ্ৰিহে বসেৎ॥
গ্ৰিহস্থস্তু জদাপশ্যে দ্বলি পালিত মাত্মনঃ।
অপত্যস্যৈচ চাপত্যং তদাৰন্যং সমাস্ৰয়েৎ॥

মনুসংহিতা ১।২ বচন। ইয়াৰ অৰ্থ এই। মানুহে আয়ুসৰ প্ৰথম ভাগ বিদ্যা সিকাত নিয়াব, দুতিয় ভাগ তিৰোতা বিয়া কৰাই ঘৰ কৰি থাকি গ্ৰিহস্থ ধৰম পালিব, পাচে বুঢ়া হলে সকলো কৰম পৰি হৰি অৰন্যলৈ গৈ ইস্বৰক আৰাধনা কৰিব। এতিয়াও ডক্তৰ হিউকলণ্ড চাহাবে পুৰুসৰ ২৪, তিৰোতাৰ ১৮ বচৰক বিবাহৰ মুখ্য কাল বুলি কৈচে। সকলো দেসৰ প্ৰতি বিবাহৰ বিসয়ত এক নিয়ম হব লাগে, এনে আমাৰ অভিৰুচি ন হই। উষ্ন কটিবন্ধ, অৰ্থাত তপত দেসত থকা লোক সকলৰ তিৰোতাবিলাকে ১২।১৩ বচৰতে জৌৱন অৱস্থা পাই, কিন্তু সিত কটিবন্ধ, অৰ্থাত জি দেসত বৰ জাৰ সেই দেসৰ তিৰোতাই ১৮।১৯ বচৰ ন হলে, জৌৱন অৱস্থা নে পাই। আৰু এই এক কথা পণ্ডিতবিলাকে লিখিচে, বুঢ়া কালত বা অলপ বয়সত লৰা হলে, সেই লৰা বলি, আৰু বুধিমান ন হই, অথবা অলপ

বয়সাত সি মৰে, পাচে অৱস্তে পিত্রি মাত্রিএ এই বহা পুত্র সোক পাব। জদি লৰা জিয়াই থক, তেও সি অলপ কালতে মাক বাপেক মৰা হৈ থাকি বৰ ক্লেস পাব। এতেকে অলপ বয়স বা বুৰা কালত বিয়া কৰোআ জুগুত ন হই।

চতুৰ্থ নিয়ম। আপোনাৰ বংসে বংসে বিয়া হোআ অতি অজুগুত, কিয়নো ইয়াৰ পৰা সন্তান সন্ততিৰ সুখ ন হই। ইস্পানিয়া দেসৰ ৰজা সকলে আপোনাৰ ভাগিনিএক বা ভাইজী জিএকক বিয়া কৰাই দেখি, তেঁওবিলাকৰ সন্তান সকল অতি নিৰ্বলি, আৰু বুধি হিন হৈ জনমে। পিত্রি মাত্রি কুল, আৰু সেই কুলৰ গিয়াতি, কুটুম, বা আপোনাৰ আন কুটুমে সৈতে সমস্ক কৰা জুগুত ন হই। সকলো সেৰ গিয়ানি সকলে এই সকল নিয়মক সাধ্যাও ইস্বৰৰ আগ্যা হেন বুলি, প্রতিপালন কৰিবলৈ কৈ গৈচে, এতেকে সাধ্য মতে এই সকল নিয়ম প্রতিপালন কৰা উচিত।

দ্বিতিয় ভাগ।

পুৰুস আৰু তিৰোতা দুয়ো সৰ্বাঙ্গ সুন্দৰ, বলিষ্ঠ, নিৰুগি, সান্ত, আৰু বিদ্যা বুধিত পাৰ্গত হোআ উচিত; কিয়নো এনে ন হলে সিহঁতে আপোন আপোন সৰিলৰ দুৰ্গুনৰ পৰা সুন্দৰে গ্রিহ ধৰম পালিব নোআৰে; আৰু সিহঁতৰ সন্তান সকলেও পিত্রি মাত্রিৰ সৰিলৰ দোসত বাকি নিৰ্বলি আৰু অলপ নৰিয়া পৰিলেই সোন কালে ভাল হব নোআৰা হই। পিত্রি মাত্রি দুইৰো মাজত কাৰো বলিয়া, কাহ, পখ্যাঘাত প্রভ্রিতি সকত নৰিয়া থাকিলে তাৰ সন্তানেও সেই সৰৰ নৰিয়া পাবে, বা অতি নিৰ্বলি আৰু ৰুগিয়া হই। তাৰ প্রমান এই। কিছু দিন হল, আমাৰ দেসি বিসয়া লোক একনৰ তিৰোতাৰ গোটেই গাত ধহৰ নিচিনা ঘা থকা এটি সন্তান উপজিচিল; পাচে তাৰ মুল কাৰন অনুসন্ধান কৰিলত সেই সন্তানৰ বাপেকৰ গৰমি নৰিয়া থকা জনা গল। আৰু পিত্রি মাত্রি সুঅনি হলে তাৰ লৰাও সুঅনি হই। লৰাই জে পিত্রি মাত্রিৰ নিচিনা হই, ইয়াক প্রাই আটায়ে জানে। কোনো মানুহৰ পুতেকইতে তাৰ বাপেকৰ মুখৰ আৰ্জা আৰু হাত ভৰিৰ গঠন এনে বিত্তোপমকৈ লই, জে সেই লৰাক দেখিলে সেই লৰাক নি চিনি তাৰ বাপেকক চিনা মানুহে হঠাত তাৰ পুতেক হেন বুলি আন্দাজ কৰে। কিয়নো তাৰ মুখৰ আৰ্জাই তাক চিনাই দিএ। পিত্রি মাত্রি জদি সুবুধিমান হই, তেন্তে তাৰ সন্তানো সুবুধিমান হই। জদি বোলা, অতি বৰ গিয়ানি পণ্ডিত নিৰুগি, আৰু সজ মানুহৰো দুৰ্বুধিয়া, মুৰ্খ, ৰুগিয়া সন্তান হই, আৰু অসজ মুৰ্খৰো সজ সন্তান হই, তেন্তে কঁও, সুনা, গৰ্ভাধাৰন সময়ত পিত্রি মাত্রিৰ মন বুধিৰ জেনে মতি গতি থাকে, সেই ৰূপে সন্তানৰো হই। এতেকে বিয়াৰ আগেএ দৰা কন্যাৰ সুঅনি অসুঅনি চোআ ভাল।

এক এক পুৰুসে এক এক তিৰোতা বিয়া কৰোআ উচিত, আৰু একত বাজে সৰহ বিয়া কৰোআ অনুচিত। গ্রিহ ধৰমত অসুখ দিয়া, ইও এক মহা পাপ। জদিও ইয়াক অনুচিত বুলি প্রাই সকলোএ জানে, তথাপি ই বহু কালৰ পৰা প্রিথিবিৰ নানা ঠাইত চলিচে। পাৰ্চি তুৰুক প্রভ্রিতি দেসৰ ৰজা আৰু বৰ বৰ বিসয়াৰ লিগিৰি আৰু তিৰোতা সকলোএ সৈতে ৬।৭ স তিৰোতা থাকে। সুনা গৈচে, মৰকোৰ ৰজাই তিৰোতা আৰু লিগিৰি সকলো মিলি আঠ হেজাৰ তিৰোতা ৰাখে। ৰুমিয়া দেসৰ কোনো কোনো ঠাইত জেয়ে জিমান তিৰোতা পুহিব পাৰে তিমান ৰাখে। ভাৰতবৰ্সতো বহু কালৰ পৰা এই ৰিতি আচে, তাৰ প্রমান ৰামায়ন মহা ভাৰত প্রভ্রিতি পুৰান সাস্ত্রত পোআ জাই। দসৰথ ৰজাৰ চাৰে সাত স তিৰোতা আচিল। বঙ্গাল দেসত এতিয়া বৰ বৰ কুলিন বামুনে ৩০।৪০ জনি তিৰোতা বিয়া কৰাই। দুৰৈৰ প্রমান কি দিম! আমাৰ দেসতো সৰহ তিৰোতা বিয়া কৰোআ ৰূপ জুয়ে অনেক ভাল ঘৰক পুৰিব লাগিচে। সৰহ সৰহ তিৰোতা বিয়া কৰোআ ইস্বৰৰ নিয়ম হোআ হেন জনা নে জাই, কিয়নো তে-

নে হলে তেঁও মুনিহঙকৈ তিবোতাব সংখ্যা অধিক কবি দিলেহঁতেন। পণ্ডিত সকলে গননা কবি তিবোতা আৰু মুনিহব সমান সংখ্যা প্ৰিথিবিত আচে বুলি পাইচে, এতেকে সবহ বিয়া কবাই সকলোএ সৈতে সুতাৰে থাকিব নোঅবাতকৈ এক তিবোতা বিয়া কবোআ উচিত। ইস্বৰৰ সুনিয়ম ভাঙ্গি জি সবহ তিবোতা বিয়া কবোআ হৈচে, তাৰ প্ৰতিফল সি আপুনি ইহকালতে প্ৰথ্যাত ভোগ কবিচে। ইয়াৰ অসুখৰ কথা আমি কব লগিয়া নায়েই; সকলোএই ভুগিব লাগিচে, আৰু দেখিবও লাগিচে। তিবোতা আৰু পুৰুসৰ মাজত প্ৰিতি থকাই বিবাহৰ প্ৰধান অভিপ্ৰাই। কিন্তু সবহ বিয়া কবালে সেই অম্ৰিতব নিচিনা প্ৰিতি নে থাকে; তাত বাজে হিংসা, অসুয়া, অপম্ৰিত্যু প্ৰভ্ৰিতি পাপ উপস্থিত হই। এতেকে আটায়ে বিবেচনা কবি চাওক, ইস্বৰৰ আগ্যা লংঘন কবা নো সজ নে? বিয়া ন কবাকৈ উদাসিন হৈ থকাও ইস্বৰৰ ইচা ন হই। মনুস্যে তেঁও দিয়া কাম ক্ৰোধ ইত্যাদি বিপুক নষ্ট কবিব নোআৰে; আৰু নোআবিলে অবিহিত কাজ আচবিব পাৰে। ইশ্বৰে জি সকল বস্তু, অৰ্থাৎ বিপু আমাক দিচে, সুবিবেচনাৰে গুনি চালে ই একো পেলনিয়া ন হয়, আৰু কাবো সক্তি পেলাব নোআবি। এতেকে সকলো অঙ্গ বুধি ইত্যাদি ইস্বৰে দিয়া বস্তুৰ তেঁও দিয়াৰ দবে বেৱহাৰ কবা উচিত। বিবাহৰ বিসই জি খিনি কথা লিখা হল, তাবি চালে অচম দেসত এবে ভাবি, বিয়া কবাব লগিয়া এটিও সুনিতি নাই, আৰু ইয়াতে থাকি দেসিবিলাকে নানা দুখ ভুগিব লাগিচে। এতেকে জিহতে এই সকল কুনিতি গুচে তালৈকে আটাইবে পুৰুসাৰ্থ কবা উচিত।

বিবাহৰ বিসই অত্তকিঞ্চিত লিখিলোঁ এতিয়া সেই বিসয়বে আৰু এবিধ অযুগুতিব কথা লিখিব খোজোঁ, কিন্তু এই দেসৰ লোক সকলৰ মনত ই এবে অযুগুত কথা, জে তাক লিখিবলৈ আমাব সাহ ন হই, তেও সেই কাৰনত থাকি এই দেসত জিমান পাপ হব লাগিচে, তাকে দেখি সকলোকে প্ৰধান প্ৰিন্টাস্তেৰে দেখুআই আৰু তাকে আমাব সাবধিকে লৈ লিখিব থবিলোঁ।

আমি এতিয়া জি কথা লিখিব খুজিলোঁ তাৰ নাম বিধবা বিবাহ, অৰ্থাত তিবোতাৰ এটা স্বামি মবিলে আন পুৰুসৰে তাইৰ বিয়া হোআ। খ্ৰিষ্টিয়ান, মচলমান সকলো সাস্ত্ৰত জেনেকৈ পুৰুসক তিবোতা মবিলে নকৈ বিয়া কবাব দিচে, তেনেকৈ তিবোতাকো এজন স্বামি মবিলে নকৈ বিয়া হব দিচে। হিন্দু পণ্ডিত সকলৰ এই বিসয়ত বিবোধ মত। পূৰ্বে ভাবত বৰ্সত সতি হোআ বিতি আচিল, আৰু সত্য কালত অৰ্থাত প্ৰিথিবি স্ৰিষ্টি হবৰ প্ৰথম কালত লোক সকলে পাপ কবম বিসেস ন জনাব গুনে বিধবা ধৰম পালিব পাবিচিল দেখি, হিন্দু পণ্ডিত সকলে বিধবা বিবাহ নিসেধ কবিচে। তেও মনু সংহিতাতে চালে পুনৰ বিবাহ বিধি দিচে।

সচেদক্ষত যোনিস্যাত গত প্ৰত্যাগতা পিবা।
পৌনৰ্ভবেন ভৰ্ত্ৰাসা পুনঃ সংস্কাৰ মৰ্হতি॥

মনু বচনং। ইয়াৰ অৰ্থ এই, জি তিবোতা স্বামিএ সৈতে দেখা দেখি নো হোআকৈ বিধবা হই, তেন্তে তাইক সন্তান হবলৈ পুনৰাই বিয়া দিয়া উচিত। এতিয়া এই বেৱহাৰ বহু দিন ন চলা দেখি সকলোৱে মনত পাপ হেন বুলি উঠিচে। উৰিয়া দেসৰ ঠায়ে ঠায়ে তিবোতাৰ প্ৰথম স্বামি মবিলে পাচে তাইৰ দেওবেকে সৈতে আকও বিয়া হই। আমাব দেসতো সুদিৰ আদি লোকৰ পুনৰবাব বিয়া হোআ দস্তুৰ আচে, আৰু ই দস্তুৰ যুগুতিবে হলে অতি উত্তম। কলিকতাত এই বিতি চলাবৰ নিমিত্তে হিন্দু বামুন পণ্ডিত আৰু বাবু সকলে দুই তিনি বেলি সভা কবিচিল, কিন্তু এতিয়ালৈকে একো নিচই হোআ নাই।

বিধবা বিবাহ পৰম উপকাৰি, ইয়াত কোনো সন্দেহ নাই। পুনৰাই বিয়া দিয়া জদি পাপ হল, তেন্তে বিধবা স্ৰেআলি সকলক বিয়া নি দিয়াত [illegible], [illegible]বিলাকে [illegible] হত্যা আদি কবি [illegible] অবিহিত কাজ আ-

চষে, সি নো মহা পাপ ন হই নে? বিধৱা বিবাহ ন কৰা দেসত দিনে পতি জিমান পাপ কৰম হৈছে, তাক লিখিব নোআৰি, ভালাত তাক লিখিবৰ উচিত কথা নাই। কিমান তিৰোতাই আপোনাৰ জাতি কুল মান এৰি বেস্যা হৈছে! কিমান তিৰোতাই ঘৰতে থাকি কিমান পাপ কৰিচে! কিমান মহা পাপ এই ৰিতি ন চলাত থাকি হৈছে! সতি হোৱা জাত অনেক তিৰোতা স্বামিৰ লগত পুৰি মৰিচিল, সিও ই সকল মহা পাপৰ ওচৰত অলপ, আৰু ভয়ানক ন হই। মহা ভাৰত! মহা ভাৰত! ভাৰত ভুমি পুন্য ভুমি গুচি পাপৰ ঠাই হল! হে জগত ইস্বৰ, এই পাপ গুচাই দেস পবিত্র কৰা। তোমাৰ ওচৰত এই সকল মহা পাপৰ কি পৰাচিত আচে। প্রিথিবি মানুহৰ পাপে আৰু তেজে তল জাব লগিয়া হল। হে প্রভু, উধাৰ কৰা! জদি পুৰুষে তিৰোতা মৰিলে বিয়া ন কৰোআকৈ আৰু থকাতো সৰহ বিয়া ন কৰোআকৈ থাকিব নোআৰে, তেন্তে তিৰোতা নো কেনেকৈ স্বামি ম্রিত্যু হলে সতি হৈ থাকিব? সন্তান হোৱা তিৰোতাই বিয়া ন কৰাকৈও থাকিলে থাকিব পাৰে, কিন্তু জাৰ সন্তান নাই, পাচত আকও স্বামিএ সৈতে দেখা দেখি ন হলে, সি নো কেনেকৈ থাকিব? জদি স্বামি মৰি গলেও সন্তান থকা বিধৱা সকলৰ বিয়া হোৱা ৰিতি ন চলে, তেও জাৰ সন্তান হোআ নাই, অথবা স্বামিএ সৈতে দেখা দেখি হোআ নাই তাক পুনৰাই বিয়া দিয়া সর্বতো ভাৱে উচিত।

আমাৰ আৰু অধিক লিখিবৰ আৱস্যক নাই, এতেকে পর্হোতা সকলে সুখ মনে বিচাৰি চাওক, চালেই ইএ উত্তম আৰু সুযুক্তিৰ কথা তাক বুজিব পাৰিব। ইতি।

এজন অচমিয়া লোক।

কলিকতা, ১৮ অক্তোবৰ, ১৮৫৩।



## অ:ম দেসৰ বালক সকলৰ বুধি আৰু জথার্থ গিয়ান বার্হিবৰ উপাই।

Questions for Scholars.

সর্ব গুনালংক্রিত শ্রীজুত অৰুনোদইৰ প্রকাসক চাহাবৰ প্রতি নিবেদন এই, জে অনুগ্রহ কৰি তলত লিখা কথা কেইসাৰি আপোনাৰ কাকতৰ মাঁতিত ঠাই দিব।

মহাসই, মির্জাপুৰৰ চাতৰক সিকাবলৈ, আৰু সিবিলাকৰ ভাল ৰুপে গিয়ান হৈছে নাই হোৱা, প্রস্ন কৰি তাক জানিবৰ নিমিত্তে শ্রীজুত পাদুৰি লঙ্গ চাহাবে ২০০ দুই স প্রস্নেৰে এটি সৰু কিতাপ কৰিচে। তাতে সমাচাৰ দর্পন প্রকাস কৰা শ্রীজুত এম টৌন্সেণ্ড চাহাবে সেই কিতাপ পাই বিবেচনা কৰিলে, বোলে, এতিয়া জি ৰুপে পর্হাসালিবিলাকত মহলা লই, সেইবোৰ দেখি ইাহিব লগিয়াহে, কিয়নো চাতৰবোৰে জি পাঠ সিকিচে, তাক সুধিলে সিইতে ভালকৈ মু বুজিও মহলা দিব পাৰে জেনেকৈ ভাটো চৰাইক নাম সুধিলে, তেতিয়া সি ৰাধা ক্রিষ্ণ, ৰাধা ক্রিষ্ণ বোলে, কিন্তু নাম নো কিহক বোলে, সি একো ভু নে পাই। আৰু এদিন ৰাতি পুৱা সেই চাহাবে ফুৰিবলৈ জোআত এটা সৰু লৰাই গুড মর্নিং বুলি চেলাম কৰিলে, পাচে চাহাবে সেই সৰু লৰাটিৰ ইমান গিয়ান দেখি আচৰিত মানি থাকিল; কিন্তু গধুলি বেলা ফুৰিবলৈ জোআত সেই লৰাই গুড ইবিনিঙ্গ নু বুলি পুনৰ গুড মর্নিঙ্গ বোলাত, সি ভাটো চৰাইৰ দৰে সিকা জেন জানিলে। ইয়াতে শ্রীজুত পাদুৰি লঙ্গ চাহাবে জি পুথি ৰচনা কৰিচে, সেই সকল প্রস্নেৰে চাতৰ সকলৰ কাৰ কিমান বুধি বুজিব পৰা জাব জেন মানি, তাক প্রসংসা কৰি সকলোএ জানিবৰ নিমিত্তে সেই পুথিৰ সহোটা প্রস্ন শ্রীজুত টৌন্সেণ্ড চাহাবে তেঁওৰ দর্পনত প্রকাস কৰিচিল।

ইদানিক আমাৰ অচমিয়া প্রিয় বালক সকলে জানিবৰ নিমিত্তে অৰুনোদইত প্রকাস হবৰ কাৰন আমি বাঞ্চা কৰিচোঁ।

### প্রস্ন সকল।

১। এই দেসত ৬ মাহৰ ভিতৰতে কি গচ ১০ হাত ওখ হই?

২। কি পোকে আপোনাৰ জাতিকে খাই? বঙ্গালি ন হই নে? (কোনো কোনো অসমিয়াও ন হই নে?)

৩। হাতৰ সলনি তোমোৰাৰ কি আছে?

৪। মানুহৰে মাচৰে কামি হাবৰ কি বেলেগ?

৫। মাচৰে মানুহৰে নাকৰ কিবা ভেদ আছে নে?

৬। গা পুৰিলে বৰথুন হব বুলি মানুহে কেনেকৈ জানে?

৭। কি সাক বস্তুৰে তুলাপাত হই?

৮। কি পাতৰ ওপৰত পানি পৰিলে নি তিতে?

৯। কি গচ মাটিত নু হলেও বাৰ্হে?

১০। গচ কি কি পাঁচ প্ৰকাৰে জন্তুৰ নিচনা হই?

শ্ৰীজুত লৰ পাদুৰি চাহাবে কৰা পুথিৰ পৰা ওপৰত জি ১০ দহোটা প্ৰশ্ন লিখা গৈছে তাৰ উত্তৰ দিব পাৰা নে? জদি পাৰা তেন্তে অৰুণোদই প্ৰকাস কৰা চাহাবলৈ লিখি পঠাবা, জদিহে সঁচা উত্তৰ লিখা তেনে হলে তোমাৰ বুধিৰ প্ৰসংসাৰ নিমিত্তে তেঁও অৰুণোদইত চাপিব। জদি কোনো লৰাই বোলে আমি তাৰ ভালকৈ অৰ্থ নু বুজোঁ, তেন্তে জি সকল কথা বাত্ৰা সদাই তোমোলাকে সুনা বা কোআ মেলা কৰা বা জিবোৰ কৰ্ম কৰা তাৰ বা মুল কাৰন জানা? জদি তাকো নে জানা, তেন্তে বিবেচনাক সহাই লৈ তাক জানিবলৈ পুৰুসাৰ্থ কৰা।

Sri Purnanond Serma.



## বিদ্যাৰ বিসয়ে উপদেস।

Knowledge.

বিদ্যা হিন মানুহৰ উত্তম কুল হলেও কেৱে তাক মান্য ন কৰে, কিন্তু নিচ জাতি মানুহে বিদ্যা এলে, সকলোএ মান্য কৰে।

বস্ত্ৰ নো হোআ অলঙ্কাৰ, ঘ্ৰিত নো হোআ ভোজন, নিলাজি তিৰোতা, আৰু বিদ্যা হিন পুৰুস, ইবিলাক কোনোএ প্ৰসংসা নে পাই।

বিদ্যাৰ সমান বন্ধু নাই, পাপৰ সমান সত্ৰু নাই, সন্তানৰ সমান চেনেহ নাই, আৰু ইস্বৰৰ সমান সক্তি নাই।

বন্ধু হিন মানুহৰ সকলো পোনে সুন্য, দান হিন মানুহৰ সম্পতি সুন্য, কিন্তু বিদ্যা হিন মানুহৰ জিৱনেই সুন্য হই।

তিৰোতাৰ স্বামি ভুসন, অৰ্থাত অলঙ্কাৰ স্বৰুপ গচৰ গুটিএই ভুসন, কিন্তু পুৰুসৰ ধন, বিদ্যা এই দুয়েই ভুসন।

মানুহে লৰা কালত জদি বিদ্যা আৰ্জ্জন ন কৰে, আৰু জৌৱন কালে জদি ধন উপাৰ্জ্জন ন কৰে, আৰু জিৱনৰ সকলো কালতে জদি ধৰম আৰ্জ্জন ন কৰে, তেন্তে সেই মানুহৰ সেস কাল কেনে বিসম।

পুথিত থকা বিদ্যা, আৰু লোকৰ হাতত থকা ধন, কাৰ্জ্জত লাগিলে পোআ নে জাই, এই হেতুকে সেই বিদ্যা আৰু ধন মিচা।

এক ঘৰৰ পৰা জুই জদি আন হেজাৰ ঘৰলৈ নিলেও জেনেকৈ জুইৰ হানি কৰিব নোআৰে, সেই ৰুপে জি মানুহে লোকক বিদ্যা দান কৰে, তাৰ সৰুই কৰা বিদ্যাৰ হানি ন হই।

মাত্ৰিৰ সমান নাহি সৰিল পুসিকা,
ভাৰ্জাৰ সমান নাহি সৰিল তুসিকা,
চিন্তাৰ সমান নাহি সৰিল সুসিকা,
বিদ্যাৰ সমান নাহি সৰিল ভুসিকা।

ন. স. ক.

## ইশ্বৰত ভক্তি কৰাৰ কথা।

Exhortation to Piety.

হে মোৰ আপোন দেসৰ বন্ধু সকল তোমোলাকক প্ৰতি মই অলপমান হাত জোৰ কৰি কিচু কথা জনাঁও, কিয়নো এই সংসাৰত আমাৰ জি সৰিল, সি অলপ দিনহে থাকিব, তাতে মানুহৰ দস্তু দেস্য অসুৰা আদিৰে সদাই লোকক অপকাৰ চিন্তিবলৈহে মন; ইশ্বৰত ভক্তি প্ৰানি দায়া আদি এনেলৈ কাৰো মন নে আই।

আৰু ভাবি চোআচোন, আমাৰ দেসৰ লোক সকলে গুৰু নো বোলা সেৱা ন কৰা ঠায়েই নাই, এৰ গচৰ গুৰি তিনি মুনি, বাট খালৰ অধিনিকে আদি কৰি সকলোকে সেৱা পূজা কৰে, তথাপি তাৰ পৰা কোনে কি পাইচে, বা ধন বস্তু এই হৈচে, নাইবা মুক্তিৰ পথ জি তাৰ বা কেনেবাকৈ উপাই পাইচে, মন দি চোআচোন, একো নাই। এই কাৰনে হে বন্ধু সকল, এইবিলাক অসদ কৰম হেন জানি তাক এৰি জি পৰম ব্ৰহ্ম ইশ্বৰ তেঁওত প্ৰেম ভক্তি কৰা, তেহে সুন্দৰ সভা হৈ এই সংসাৰৰ পৰা মুকুতি পাবা; সেয়ে ন হলে এই জনম বিফল হব, আৰু পৰকালত অসেস জাতনা ভোগ কৰিবা।



আগৰ কালৰ ধেনু ধৰা মিচৰৰ লোক

## অনেক দেসৰ সম্বাদ।

Journal of Events.

নগাঁৰৰ পৰা এই অসন্তোসৰ বাত্ৰা পাইচোঁ, জেমচ ত্ৰিপ নামে নগাঁৰৰ মিস্যন ইস্কুলৰ জি চাতৰে প্ৰথমে খ্ৰিষ্টিয়ান ধৰম গ্ৰাজ্য কৰিলে, তেঁও অনেক দিনৰ পৰা ভিতৰৰ ৰোগে ধৰাত নৱেম্বৰ ১৮ তাৰিখত প্ৰভুত আস্ৰই লৈ ম্ৰিত্যু হল।

সিৱসাগৰ পুখুৰিৰ ওচৰত থকা ঘোঁৰা নিমৰ গুটিবোৰ এটা কইদিএ পাৰি একে দিনেই ৪০ মান খালে, পাচে বন্দিসাললৈ গলত তাৰ বিসে পেটত ধৰিলত বেগতে মৰিল। পেলু গুচিব বুলি অনেক মানুহে সেই গুটি খাই।

ৰঙ্গপুৰ বাৰ্ত্তাবহ পত্ৰত এই কথা পাইচোঁ। ভাটি ৰঙ্গপুৰৰ পাতিলাদহ পৰগনাৰ মাজৰ উদাখানি গাঁৱৰ দাঁতিৰ পথাৰত থকা ঘাগট নৈএ এৰা এটা সৰু ডোঁআৰ আচিল। বাৰিসা জেতিয়া নৈত পানি বাৰ্হে, তাতো পানি সোমাই, তেতিয়া নাও অনা নিয়া কৰিব পাৰে, আন সময়ত সুকাই থাকে।

জোআ বহাগ মাহৰ ৬ তাৰিখ ৰবি বাৰৰ দিনা কেতখনি গৰখিয়া লৰাই সেই ডোঁআৰৰ দাঁতিতে গৰু বান্ধি আচিল; তাৰে এটা লৰাই কিবা কাৰনে ডোঁআৰলৈ নামি জাঁজি এসোপা খানি গুচুআতা তাৰে পৰা অকস্মাতে পানি ওলাবলৈ ধৰিলে; তাতে সকলো লৰা গোট খাই ক্ৰমেৰে জাঁজিবোৰ গুচাই দিয়াত, অতি সুন্দৰ, নিৰ্ম্মল, বগা পানি ওলালত, লৰাবোৰে বৰ আচৰিত দেখি তাকে গঙ্গা বুলি ভাবি, এই কথাকে গাঁৱৰ বুৰা মানুহবিলাকত কলেগৈ; মানুহবোৰ আহি চাই, অসম্ভও কথা জেন দেখি একো থিৰ কৰিব নোআৰিলে। পাচে লাহে লাহে আঠ দিনৰ মুৰত পানিএৰে ডোঁআৰ পুৰ হলত, সকলো লোকে সেই পানিকে গঙ্গা বুলি, ভক্তি ভাৱে স্নান, পুজা, সেৱা কৰিবলৈ ধৰিলে।

ৰিহুদা দেসৰ জি জি ঠাই তিৰ্থ বুলি জাত্ৰা কৰি জাই, সেই সেই ঠাইৰ অধিকাৰ হবলৈ কচিয়া ৰজাই ইচা কৰিচে, কিন্তু তুৰুকি দেসৰ



Redschid Pacha, Prime Minister of Turkey.—From the Illustrated London News.

চুলতান ৰজাই আপুনি সেই দেসৰো অধিকাৰ হোআত সেই তিৰ্থ এৰি নি দিএ। তুৰুকি প্ৰধান ৰাজ মন্ত্ৰি ৰদ্চিদ বাদস্যা; তেঁওৰ নকচা ওপৰত লিখা আচে। কনস্তান্তিনপলি নগৰত ১৮০২ চঁকত তেঁওৰ জনম হৈছিল। তেঁও গিয়ানি আৰু উত্তম লোক, দেসৰ প্ৰজাৰ নিমিত্তে বহুত উপকাৰ কৰিলে। মচলমান হওক, খ্ৰিষ্টিয়ান হওক, সকলোকে একে নিয়মেৰে সাসন কৰে, তেঁওৰ দিনৰ আগেএ সেই দেসত খ্ৰিষ্টিয়ান লোক প্ৰাই অহা জোআ কৰিব নোআৰিলে। ৰুচিয়াৰ অধিন ন হবলৈ তেঁও বৰ পুৰুসাৰ্থ কৰিচে; কিন্তু ৰুচিয়া সৈতে ৰন কৰিবলৈ চুলতানক আলচ নি দিলে, মিল হবলৈ আলচ দিচে। তেঁও মচলমানৰ দৰে অনেক ভাৰ্জা ন লই, কেৱল এজনিকে লৈচে। তেঁওৰ পুতেকক চুলতানৰ জিএক এজনি বাগদান কৰা হৈচে, কিন্তু এনে বিয়া কৰাত এটা বৰ বেয়া দস্তুৰ আচে; সেই কুঁঅৰিৰ জদি সন্তা নৰা ওপজে, তাক বধ কৰিব লাগিব; কুঁঅৰিৰ বংসৰ ৰজা হবৰ নিমিত্তে দ্ৰোহ পাতে বুলি, চুলতান বাদস্যাই তই কৰে।

৮ অক্তোবৰ তাৰিখৰ লণ্ডন ডাকৰ যোআ-ৰাই বাত্রা পাইচোঁ, ৰুচিয়াৰ অহিতে তুৰুস্তানে ৰনৰ আৰম্ভন কৰিচে।

হিমালই পর্ব্বতৰ পচিম ফালে দি আহি ৰুচিয়াৰ কৌজে খিৱা নগৰ পালে, ইয়াকে সুনিচোঁ। সিইঁতৰ কোনো মানুহ তাত ৰন্দি-য়াৰ হৈ থকাৰ কাৰনে সিইঁতক মুকুত কৰিব-লৈ আহিচে বুলি বুজোঁ।

লখনৌ নগৰৰ এজন ধনবন্ত নপুংসক লোক আৰু ৯ জনি কুঁঅৰিএ মেকা তির্থলৈ জাত্রা কৰিবলৈ ৰজাক জনোআত ৰাজ মন্ত্রিএ বো-লে, সিবিলাকে হিৰা, মুকুতা আদি ধন বস্তু-বোৰ কম্পানিৰ আগুইত থৱৰ নিমিত্তে আৰ খুইচে; ইয়াকে বুলি সিবিলাকৰ সকলো ধন সম্পাতিবোৰ কার্হি লৈ, কেৱল ১০ ভাগৰ এভাগ মাথোন সিবিলাকক এৰি দিলে।

এই বচৰৰ ভিতৰত বঙ্গাল দেসত জি জি চিঠি ডাকৰ যোআৰাই পঠিওআ হৈচে, আৰু জি মাচুল পোআ গৈচে, তাৰ লেখ তলত দিয়া হৈচে।

| | চিঠি | মাচুল |
|---|---|---|
| জচোহৰ | ৫৮,৫১৫ | ২৩৩৪ / |
| মুৰ্চিদাবাদ | ৩১,০৩২ | ১৮৩১৴ ৬ |
| ঢাকা | ৪৪,৫৮১ | ১০২৬৷৴৬ |
| পাটনা | ৩৬,১৮২ | ৩১৭৬৴ |
| ভাগলপুৰ | ৩০,২৩৫ | ২১০৩৷৷৶১০ |
| কটক | ২৪,৮৭৫ | ৯৪৭৵ |
| চটগাঁও | ১০,৪৫০ | ৫৮৪৷৷৶৬ |
| দখিন পচিম | | |
| | ১৩৫৫ | ৮৩৴৬ |
| | ২০৭০ | ১০৮৶ |
| আৰাকান | ৮০৭ | ৬৫৸৴৬ |
| কাচাৰ ও দাৰ্জিলিঙ | ৮১২ | ৪০৷৷৶ |
| | ২৪০,৯১৮ | ১২,৩০২৸৴৮ |

এই কথা কলিকতাৰ সমাদ পত্রত পাই লিখিচোঁ; কিন্তু আচামৰ ভিতৰত সকলো চি-ঠিৰ মাচুল ১০৮ টকা মাথোন, ই বৰ আচ-ৰিত কথা।

আমেৰিকা দেসৰ সোন খনা মাটিত ৮০ হাজ-ৰলৈকে সোন খানি পাইচে। এই বচৰৰ ভি-তৰত ১৮,০০,০০,০০০ টকাৰ সোন পোআ আৰু বুলি কৈচে। মেল্বৰ্ন আৰ্গচ নামে সেই দেসৰ এক সম্বাদ পত্র দিনে পতি ৪,০০০ হেজাৰ চাঁপি পঠাইচে, আৰু তাক চঁপাস্ত দি-নে ২,০০০ হেজাৰ টকা খৰচ কৰিচে।

## জানুআৰি, অর্থাত মাঘৰ পঞ্জিকা।

Almanac for January, A. D. 1854 Sal. Sac 1775.

| জানুআৰি | পুহ | বাৰ | তিথি | দিনমান | জানুআৰি | মাঘ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ১ | ২ | ১০।২০ | ১৭ | ৪ | ৩ | ১৮ | ১০।৩১ |
| ২ | ১৯ | ২ | ৪ | ১০।২০ | ১৮ | ৫ | ৪ | ১৯ | ১০।৩২ |
| ৩ | ২০ | ৩ | ৫ | ১০।২১ | ১৯ | ৬ | ৫ | ২০ | ১০।৩৩ |
| ৪ | ২১ | ৪ | ৬ | ১০।২১ | ২০ | ৭ | ৬ | ২১ | ১০।৩৪ |
| ৫ | ২২ | ৫ | ৭ | ১০।২২ | ২১ | ৮ | ৭ | ২২ | ১০।৩৫ |
| ৬ | ২৩ | ৬ | ৮ | ১০।২২ | | | | | |
| ৭ | ২৪ | ৭ | ৯ | ১০।২৩ | ২২ | ৯ | ১ | ২৩ | ১০।৩৬ |
| | | | | | ২৩ | ১০ | ২ | ২৪ | ১০।৩৭ |
| ৮ | ২৫ | ১ | ১০ | ১০।২৩ | ২৪ | ১১ | ৩ | ২৫ | ১০।৩৯ |
| ৯ | ২৬ | ২ | ১১ | ১০।২৪ | ২৫ | ১২ | ৪ | ২৬ | ১০।৪০ |
| ১০ | ২৭ | ৩ | ১২ | ১০।২৫ | ২৬ | ১৩ | ৫ | ২৮ | ১০।৪১ |
| ১১ | ২৮ | ৪ | ১২ | ১০।২৬ | ২৭ | ১৪ | ৬ | ২৯ | ১০।৪২ |
| ১২ | ২৯ | ৫ | ১৩ | ১০।২৭ | ২৮ | ১৫ | ৭ | ৩০ | ১০।৪৪ |
| ১৩ | ৩০ | ৬ | ১৪ | ১০।২৮ | | | | | |
| ১৪ | ১ | ৭ | ১৫ | ১০।২৯ | ২৯ | ১৬ | ১ | ১ | ১০।৪৫ |
| | | | | | ৩০ | ১৭ | ২ | ২ | ১০।৪৬ |
| ১৫ | ২ | ১ | ১৬ | ১০।৩০ | ৩১ | ১৮ | ৩ | ৩ | ১০।৪৭ |
| ১৬ | ৩ | ২ | ১৭ | ১০।৩০ | | | | | |



THE ORUNODOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.
*Printed and published monthly by N. Brown, Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৯ বচৰ। মোং সিব্‌সাগৰ, জানুআৰি ১৮৫৪। নম্বৰ ১।

VOL. IX. SIBSAGOR: JANUARY, 1854. NO. 1.



তুৰকি দেশৰ মহা ৰজা শ্ৰী শ্ৰী আবদুল মজিদ।

Abdul Medjid, Sultan of Turkey.—From the Illustrated London News.

## অনেক দেশৰ সম্বাদ।

General Intelligence.—The Sultan of Turkey.

তুৰকি দেশৰ চুলতান বাদসাহৰ নাম আব-দুল মজিদ। ১৭৩৯ শকত ১৬ বচৰ বয়সিয়া হৈ ৰাজ শাসন পালে। তেতিয়া তেওঁৰ দেশৰ ভিতৰত অনেক ৰাজ দ্ৰোহিয়া আছিল, কিন্তু ইংলণ্ডৰ যোগাৰাই সিবিলাকক দমন কৰিলে। পাচে প্ৰদেশৰ অধিকাৰবিলাকে যেন আপোন আপোন ইচ্ছাৰে প্ৰজাবোৰক বধ কৰিব নো-ৱাৰে, এনে আজ্ঞা দি সিবিলাকৰ শক্তি কিছু গুচালে; আৰু কোনো কোনো ধৰমৰ কাৰণে কাকো তাৰনা কৰিবলৈ নিষেধ কৰিলে। যেতিয়া ৰুচৰ আদি কৰি হজাৰি ফৌজ কটিয়াৰ পৰা পলাই আহিল, তেওঁ সিবিলাকক ৰাখিলে।

তেঁওৰ ওপৰ পুৰুসবিলাক প্ৰাই সকলোএ আপোন আপোন ভাই ককায়েকক বধ কৰিচিল, কিন্তু আপোন ভাই আবদুল আজিজক ৰাখিচে। এতিয়া কোনো কোনোবিলাকে দ্ৰোহ কৰি আবদুল আজিজক ৰজা পাতিবলৈ আলচিলে, সিবিলাকৰ পোক্কৰ জনক তেঁওৰ আগ্যাৰে বধ কৰিলে। তেঁও ৰাজনা ৰজাবলে সিকিলে, কিন্তু এটা সুৰ মাধোন ৰজাব জানে। এই বচৰ তেঁওৰ মাক মৰি ৪০,০০০০০ টকা তেঁওক এৰি দিলে। সেই ধন তেঁও আপুনি নে ৰাখি ৰাজ ভঁৰালত দি থলে। তেঁওৰ বাপেকে ব্ৰাণ্ডি চেৰাপ খাই মৰিল, সেই নিমিত্তে তেঁও তাক ঘিন কৰে, কিন্তু পনিয়ালৰ ৰস খাই, আৰু তাক খাবলৈ কোৰান সাস্ত্ৰে নিসেধ ন কৰে, ইয়াকে বুলিচে। তেঁওৰ ফৌজতকৈ ৰুচিয়াৰ ফৌজ অধিক, তথাপি ৰুচিয়াৰ ৰজাই তুৰুকি দেসক আক্ৰমন কৰাৰ কাৰনে চুলতানে যুধ ধৰিবলৈ থিৰ কৰিলে।

The Emperor Nicholas.

শ্ৰী শ্ৰী নিকলা নামেৰে সকলো ৰুচিয়াৰ মহা ৰজা ১৭৯৬ সঁকৰ জুলাই মাহত জনমিল। তেঁওৰ বাপেক পোল মহা ৰজা; তেঁওৰ মাক জৰ্মানি দেসৰ এজনি কুঁৱৰি; আৰু তেঁওৰ ভাৰ্জাও জৰ্মানি, প্ৰচিয়া ৰজাৰ বায়েক। তেঁও বাপেকৰ ত্ৰিতিয় পুতেক আচিল। তেঁও ৰজাৰ ৰাব নে পাব বুলি তেঁওক ৰাজ সাসনৰ কৰম নি সিকালে, কিন্তু মাকৰ লগত থাকি জৰ্মানিৰ বিদ্যা সিকিলে, আৰু এতিয়ালৈকে ৰুচিয়া ভাসাৰে চিঠি পত্ৰ লিখিব নোআৰে, ইয়াকে লোকবিলাকে কই। ১৮১৬ সঁকত তেঁও ইংলণ্ড দেস চাবলৈ গল; তেতিয়া তেঁও জুবা আৰু সুন্দৰ লোক হোআত ইংলণ্ডৰ মানুহে তেঁওক ভাল পাই অনেক মান মজতা কৰিলে। সেই সঁকত তেঁও আপোন দেসলৈ গৈ আপোনাৰ ককাই আলেকচান্দৰ মহা ৰজাৰ ফৌজৰ ওপৰত বিসৰা হৈ গিৰাৰ ৰূপে বহুআৰ কৰম চলালে। পাচে ১৮২৫ সঁকত তেঁওৰ ককায়েক মহা ৰজা অকস্মাতে মৰিল, কিন্তু মৰনৰ কাৰন মানুহৰ আগত প্ৰকাস কৰা ন হল। মিত্যু ৰজাৰ কাকত পত্ৰ মানুহৰ আগত দেখালে; তাৰ দোআৰাই দুতিয় পুতেক কনস্তান্তিনক এৰি ত্ৰিতিয় পুতেক নিকলাক মহা ৰজাৰ ৰাব দিলে; সেই কথাতে কনস্তান্তিনো মান্তি হল। কিন্তু দেসৰ ভাঙ্গৰিয়াবিলাক আৰু ফৌজে সেই কথা ভালকৈ নু বুজাত আগ্যা লবৰ মন নাই কিচিল, সেই কাৰনে সিবিলাকে দ্ৰোহ আচৰি ৰাজধানিৰ আলিত হাই কৰিব ধৰিলে। তেতিয়া নিকলাই গাৰিত উঠি একো অস্ত্ৰ সস্ত্ৰ নো হোআকৈ সেনাবিলাকৰ মাজলৈ গৈ সকলোকে আপোন আপোন হিলৈ পেলাই থবলৈ আগ্যা কৰিলে। সিবিলাকে তেঁওৰ মাত চিনি আগৈএ জেনেকৈ মানিবলৈ মস্তুৰ আচিল, তেতিয়াও সেই ৰূপে মানি হিলৈ পেলাই থলে। পাচে কনস্তান্তিন ককায়েকৰ আগ্যাৰে কৰম চলাইচোঁ বুলি ভায়েকৰ নামেৰে মাহ চাৰেকলৈ ৰাজ সাসন চলালে; পাচে ডিচেম্বৰ মাহত আপোনাকে মহা ৰজা বুলি সকলোৰে আগত প্ৰকাস কৰিলে। আৰু জি জি ভাঙ্গৰিয়া মহাজন আদি কৰি তেঁওৰ অহিতে দ্ৰোহ আচৰিলে, সেই সকলোকে সাস্তি প্ৰান দণ্ড কৰিলে, আৰু কোনো কোনোক চিবিৰিয়ালৈ পাঁচি গাঁতবোৰত কাম কৰি কাল নিয়াবলৈ দিলে।

১৮২৬ সঁকত তেঁও পাৰ্চি দেসে সৈতে ৰন কৰিলে, সেই ৰনৰ দোআৰাই তেঁও আপোন দেস বঢ়ালে, আৰু ৰনৰ খৰচৰ নিমিত্তে ১,৮০,০০,০০০ ৰুবল অৰ্থাত ২৪০,০০,০০,০০০ টকা পালে। ১৮২৮ সঁকত তুৰুকিএ সৈতে ৰন কৰি দুমা যুধত জিকি চুলতানৰ দেস এডোখৰ কাঢ়ি নিলে, আৰু ৰনৰ খৰচ ১,০০,০০,০০০ দুকাত, অৰ্থাত ২,০০,০০,০০০ টকা ললে। পোলণ্ড দেসে সৈতে ৰন কৰি ১৮৩২ সঁকত সেই পোলণ্ড ৰাজ গুচাই আপোন ৰাজ্যৰ ভিতৰত লিখি থলে, আৰু সিবিলাকৰ বহু মানুহক মাৰিলে বা দেসান্তৰ কৰিলে। পাচে চৰ্কাচিএ সৈতে তেঁও ৰন কৰিবলৈ ধৰিলে কিন্তু এতিয়ালৈকে সিবিলাকক দমন কৰিব পৰা নাই, আৰু সিবিলাক আগৈএ অতি ভাকৰ



ৰুচিয়া দেসৰ শ্ৰী শ্ৰী নিকলা মহা ৰজা ।
Nicholas, Emperor of Russia.—From the Illustrated London News.

নিৰ্বলি মানুহ হৈছিল, কিন্তু এতিয়া বৰ পৰাক্ৰমি হল । ১৮৪৮ সঁকত জেতিয়া সকলো ইউৰপত উগুল থুগুল হৈছিল, তেতিয়া তেঁও সকলো প্ৰজাবিলাকৰ অহিত চিন্তি কেৱল ৰজাবিলাকক উপকাৰ কৰিলে, আৰু তেঁওৰ উপকাৰৰ দোআৰাই হঙ্গাৰি লোকক দমন কৰা হল ।

এতিয়া সেই মহা ৰজাই জৰ্মানি আদি নানা ভাসা আপোনাৰ দেসৰ পৰা গুচাই কেৱল ৰুচিয়া ভাসা সকলো ঠাইত থিৰ কৰিবলৈ ইচা কৰিচে । আৰ দেসৰ সম্বাদ পত্ৰ তাত পৰ্হিবলৈ প্ৰাই নিসেধ কৰিচে । তেঁওৰ পুত্ৰেক চাইটা আলেক্চান্দৰ, কনস্তান্তিন, নিকলা, মিখাএল; আৰু দুহিত্ৰি তিনি জনি । এই বচৰত তেঁওৰ জিএক অলগা আপোনাৰ স্বামি ওৰ্ত্তমবৰ্গৰ যুৱা ৰজাই সৈতে ইংলণ্ডলৈ গৈচিল । মহা ৰজাই সদাই ফুৰি ফুৰি আপোন দেসৰ সকলো বিসই বুজিবলৈ চাই থাকে; কিন্তু কেতিয়াবা কেতিয়াবা প্ৰজাবোৰে জেন নেজানে, ৰজাৰ ভাৱে নে জাই, বনুআ মানুহৰ দৰে সামান্য কাপৰ পিন্ধি ফুৰি, মানুহে ন জনাকৈ সকলো ঠাইত সোমাই সকলো মানুহৰ কৰম চাই । প্ৰিথিৱিৰ সিমালৈকে তেঁওৰ ৰাজ্য বঢ়াবলৈ তেঁওৰ ইচা আচে, সেই ইচাৰে এতিয়া তুৰুকি দেসক আক্ৰমন কৰি মলদাবিয়া আৰু ওআলাখিয়া,- এই দুই প্ৰদেস কাৰ্হি লৈচে । তাৰ কাৰনে চুলতানে ৰুচিয়াৰ অহিতে ৰন কৰিবলৈ সেনাক পাঁচিচে ।

Anti-Infanticide Meeting at Amritsar.

পঞ্জাব দেসৰ ভিতৰত অনেক মানুহে আপোনাৰ কেচুআ লৰাক বধ কৰে । ছিৱালিকে জিএকৰ বিয়া কৰাবলৈ মাক বাপেকৰ আনক

ন খৰচ কৰিব লাগে, তাৰ কাৰণে তিএকক পোআত মনত সন্তোস নে পাই ভালেমান সৰু চোআলিক বচৰে বচৰে বধ কৰে । সেই জাতি নির্দয়া আৰু দুষ্ট আচাৰ গুচাবৰ আ-শয়েৰে সেই দেসৰ অধিকাৰ চাহাব লোকে পঞ্জাবি ভাৰবিয়াবিলাকে সৈতে আলচ কৰি এক মহা সভা পাতিলে । অম্রিত্চৰ নগৰত বুধ বাৰ ২৪ অক্তোবৰ তাৰিখত সেই সভা পাতি সোম বাৰলৈকে মেল কৰি আছিল । পাচে সকলো সাধ্য মানে সেই দুষ্ট আচাৰ গুচাবলৈ জতন কৰিম বুলি কথা বান্ধিলে । সেই সভাত এই এই চাহাব লোক আছিল, শ্রীজুত এডমনষ্টন কমিস্যনৰ চাহাব, মাক্লওদ চাহাব, মেজৰ আবট, বার্নচ চাহাব, মন্তগমৰি চাহাব, বাওৰিঙ্গ চাহাব, চান্দচ চাহাব, বেইলি চাহাব, এইবিলাক কমিস্যনৰ আৰু ডেপুটি কমিস্যনৰ হৈছিল । পঞ্জাবি বৰ লোক, কপুৰ-তলাৰ ৰজা শ্রী শ্রী ৰনধিৰ সিংহ, শ্রীজুত ৰজা তেজ সিংহ, ৰজা দিন নাথ, বেৱাৰ ইমাম উদিন, দেৱান অজোজিয়া নাথ, ৰজা অগৰ সেন, ৰজা পর্তাব সিংহ, ৰজা স্যমস্যেৰ সিংহ, ৰজা ওমৰ চান্দ, এইবিলাকক আদি কৰি পঞ্জাবি আৰু পর্বতিয়া অনেক অধিকাৰ আ-ছিল । জেতিয়া সকলো নির্বন্ধ কথা থিৰ হল, তেতিয়া বৰ সৰু সকলো মানুহক ভিতৰলৈ মাতি জাৰ মোহৰ চাব আছিল, বা জি কো-নোএ আপোনাৰ নাম লিখিব পাৰিছিল, সেই সকলোএ নাম দি কথা বান্ধিলে । আৰু সি-বিলাকৰ মাজত কেও অমাত্তি ন হল ।

Imprisonment of Miss Cunningham.

ডস্কানি দেসত কনিংহেম নামে স্কটলণ্ডৰ এজনি তিৰোতা মানুহে সাস্ত্র বিলাই দিয়াৰ কাৰনে ডস্কানি দেসাধিকাৰে তেঁওক ধৰি বন্দি সালত সোমালে । সেই নির্দয়া কচিয়া দেসা-ধিকাৰে তাতে বন্দিকৈ ৰাখিলেহেঁতেন, কিন্তু ইংলণ্ডৰ মহা ৰানি আদি ভদ্র লোকে বৰ জোৰ পাই সেই অধিকাৰলৈ তাৰ অনুচিত কৰম বুজুআত সি সেই তিৰোতাক মুকলি কৰিলে ।

Amirs of Sind, and Prince Golam Mahomed.

সিন্দ দেসৰ জি অমিৰবিলাক কম্পানিএ সৈতে বন পতাত কলিকতাত কইদ কৰা আ-ছে, সিবিলাকে হাইদৰাবাদ নগৰত নিবাস কৰিবলৈ গবৰনৰ জেনেৰল লর্ড চাহাবে সিবি-লাকক এৰি দিছে । আৰু গোলাম মহমদ নামে তিপু চুলতানৰ এজন সন্তানে আপোন জনম ভুমি মৈচুৰ নগৰক চাবলৈ জাব দিছে; তাৰ পৰা সেই কোঁঅৰে ইংলণ্ড দেস চাবলৈ জাত্রা কৰিব । আগেয়ে সেই বঙ্গহৰ লোকে আপোনাৰ দেসৰ মানুহক দ্রোহ আচৰিবলৈ সিকাব বুলি ভই থকাত মুকলি হৈ জাবলৈ নিসেধ কৰিছিল ।

China—Fighting at Shanghai.

অক্তোবৰ ৫ তাৰিখলৈ খেহ দেসৰ স্যাং হাই নগৰৰ পৰা বাত্রা আহিছে । অনেক দি-নৰ পৰা ৰজাৰ সৈন্যবিলাকে সেই নগৰক লবলৈ জুধ কৰি আছিল, কিন্তু লব নোআৰি-লে । প্রাই অগ্নি বানেৰে জুধ কৰে, তথাপি অতি অলপ মানুহ মাথোন খুন হল । যৰ সাহ নাই কিয়া, কিন্তু জুধ কৰোঁতে নগাৰ নি-চিনা ৰৰকৈ হাই ৰাও কৰে । সেসত ৰজাৰ ফৌজে নগৰৰ ওচৰৰ পৰা হুহকি গুচি গল ।

Fair at Udal Guri.

ওদাল গুৰিত ১৫ জানুআৰি তাৰিখৰ পৰা শ্রীজুত বিঞ্চন্ত চাহাবে সকলো বস্তু বেচা কিনা কৰিবৰ নিমিত্তে হাট পাতিব, এই বাত্রা সুনি-চোঁ ।

Unusual Sound in the Air.

১১ ডিচেম্বৰ দেও বাৰৰ দুপৰ মানত বৰ টোপৰ নিচিনা ডাঙ্গৰ আৰু ভয়ঙ্কৰ সবদ সুনা গল । কিন্তু কোনো বৰ টোপ মৰা নাই; আন্দাজেৰে মানুহবিলাকে কোআ কুই কৰে, ধুম কেতু বৰ্হমপুত্রৰ কাসে মাটিত পৰিছে ।

Domestic Occurrences.

ডিচেম্বৰ ১২ তাৰিখে সিবসাগৰ জিলাত শ্রীমান চামুএল আলিম কালতোএল আৰু শ্রীমতি সুভদ্রা চেইবা, এই দুইৰো বিবাহ কৰা হৈছিল । সেই দিনাই শ্রীমান পিতৰ বোর্দ মান আৰু শ্রীমতি বুধি লিডি, সিবিলাকৰো বিবাহ একে সময়তে হৈছিল ।

## জাত্রিকৰ জা[illegible]ত্রা, ৬ আধ্য[illegible]।

Pilgrim's Progress, Chapter 6.

[illegible] খালৰ মা[illegible] ম্রিত্যুৰ চাঁয়া না- এটা খাল আচিল, তাৰ মাজে দি স্বৰ্গিয় ন[illegible]ৰলৈ বাট জোআ দেখি খ্রিষ্টিয়ানো সেই বাটেই জাব লগা হল। সেই খাল অতি নির্জ্জান ঠাই হই, য়িৰিমিয়া ভৱিষ্যত বক্তাই তাক এই ৰূপে বৰ্নন্না কৰিচে; সেই ঠাই অৰন্য, মৰু ভুমি, গাঁতেৰে পুৰ, নির্জ্জল আৰু ম্রিত্যুৰ চাঁয়াজুক্ত; জাত্রিক লোকৰ বাহিৰে কোনো মানুহে তাৰ মাজে দি নে জাই, আৰু কোনোএ তাত বাসো ন কৰে। আপলিয়নে সৈতে জুধ কৰাত খ্রিষ্টিয়ানৰ জি দুৰ অৱস্থা হৈচিল, তাতকৈও ইয়াতহে বৰ ঠেকত পৰিল; তাক এই কথা পৰ্হিলেই সেসত জানিবা।

সেই কালত মই সমাজিকত দেখিলোঁ, খ্রিষ্টিয়ানে ম্রিত্যুৰ চাঁয়াৰ খালৰ ওচৰ পোআৰ সমই উত্তম দেসৰ বিসম বাত্রা অনাবিলাকৰ সন্তান দুজন মানুহে উলটি লৰি জাঁওতে খ্রিষ্টিয়ানে সিহঁতৰ লগ পাই এই ৰূপে সুধিল, তোমোলাকে কলৈ গৈচিলা?

মানুহবোৰে উত্তৰ দিলে, বোলে, উলটি জাঁও, উলটি জাঁও, তোমাৰো জদি প্রান আৰু মঙ্গল ৰাখিবৰ বাঞ্চা আচে, তুমিও এই ৰূপে কৰা।

খ্রিষ্টিয়ান। কিয়, হল নো কি?

মানুহবোৰ। কি হৈচে সুনা; তুমি জি বাটে আহিচা, তাতে আমিও সাহ ধাকে মানে গৈচিলোঁ, আৰু আহিবও প্রায়ে নোঅৱা হলোঁ; আৰু অলপমান দুৰে জোআ হলে তোমাক বাত্রা দিবলৈকো আহিবলৈ নে পালোঁহেঁতেন।

খ্রিষ্টিয়ান। কি নো লগ পালা?

মানুহবোৰ। ম্রিত্যুৰ চাঁয়াৰ খালৰ ওচৰ পাই প্রাই তাত সোমালোঁ; কিন্তু আমাৰ সুভাগ্যৰ কাৰনে সঙ্কটত নৌ পৰোঁতেই আগ কালনৈ চাই তাক দেখিলোঁ।

খ্রিষ্টিয়ান। কি কি নো দেখিলা, তাক কোআচোঁন।

মানুহবোৰ। কি দেখিলোঁ! খালকে দেখিলোঁ, সি ধুনাৰ দৰে ঘোৰ অন্ধকাৰ। তাত প্রেত, পিসাঁচ, নাগ আদি[illegible] কৰি সকলোকে দেখিলোঁ। তাত বাজেও সেই খালত কৰবৈকে সক্তি নাই, এনে দুখ পাই জাতনা আৰু লোহাৰে বন্ধন হোআ লোকৰ নিচিনা সৰ্বদাই হাঁহাকাৰেৰে চিঁয়ৰা সবদ সুনিলোঁ। তাৰলা গুচাঁওতা বিক্রিতি মেঘবোৰেও সেই খাল ঢাকি ধৰিচে; আৰু তাৰ ওপৰত ম্রিত্যুএ আপোনাৰ ডেউকা সদাই মেলি ধৰি আচে। আৰু কি কম? সেই ঠাই মহা ভয়ানক, নিচেই বিক্রিতি ৰূপ।

খ্রিষ্টিয়ান। কিন্তু তোমোলাকে জি কথা কলাইক, তাৰ দোআৰাই মোৰ বাঞ্চনিয় ঠাইলৈ এইটো জোআ বাট ন হই, এনে প্রমান নে দেখোঁ।

মানুহবোৰ। তেনে হলে এইটো তোমাৰা বাট হওক, আমি হলে তাক ন লওঁ। এই কথা কৈ সিবিলাকে খ্রিষ্টিয়ানক এৰি বেলেগ হৈ গল; খ্রিষ্টিয়ানো আপোনাৰ বাটে দি চলিল কিন্তু আৰুও সত্রুএ ধৰিবৰ ভয়েৰে সি হাতত তৰোআল উলিয়াই ললে।

পাচে মই সমাজিকত দেখিলোঁ, সেই খালত চকুৰ দিষ্টিলৈকে বাটৰ সোঁ কালে বৰ দ খাৱৈ আচিল। আগৰে পৰা পুৰুসানুক্রমে কনাই কনাবোৰক বাট দেখুআই নি অতি দুখেৰে দুয়ো সেই খাৱৈতে পৰি প্রান হেৰুআই। আৰু বাঁও কালে অতিসই ৰূপে প্রানৰে ভই হোআ এনে এডোখৰ বোকা আচিল; তাত উত্তম মানুহো জদি পৰে, তেও ভৰি ৰাখিবলৈকে ঠাই নে পাব। সেই বোকাত দায়ুদ ৰজাও এবেলি পৰিচিল; তাৰ পৰা সক্তিমন্ত জনে উধাৰ ন কৰা হলে, উসাহ বে পাই তেঁও তাতে মৰিলহেঁতেন। সেই ঠাইত বাটো অতি ঠেক, তাতে সেই উত্তম খ্রিষ্টিয়ানে বৰ দুখ পালে; কিয়নো খাৱৈত ন পৰিবৰ নিমিত্তে একতিয়া হৈ গলে বোকাত পৰিব খোজে; জদি বোকাৰ পৰা একতিয়া হৈ জাই খাৱৈত পৰিব খোজে, এনে দুই সঙ্কট হৈচিলে। এই ৰূপে জাঁওতে তাক বৰ দুখেৰে হমুনিয়াহ পেলাই আৰৰ মই সুনিলোঁ। কিন্তু নো [illegible] জোআৰ বাহিৰে ঘোৰ অন্ধকা[illegible]

হোআন্ত কেতিয়াবা কেতিয়াবা আগ বাৰ্হিবৰ নিমিত্তে ভবি দাঙি কোন পোনে বা কিহৰ ওপৰত দিব. তাক নু বুজিছিল ।



সেই ধালৰ মাজ খিনিত বাটৰ নিচেই কাষাত নৰকৰ মুখ থকা দেখিলোঁ । তাতে খ্রিষ্টিয়ানে বুলিলে, হাই হাই, এতিয়া নো মই কি কৰিম! তাৰ পৰা মাজে মাজে জুইৰ সিখা, ধুঁআ আৰু ফিৰিঙ্গতি ভয়ঙ্কৰ সবদেৰে ওলাবলৈ ধৰিলে । আপলিয়নে হলে খ্রিষ্টিয়ানৰ তৰোআললৈ ভই কৰিছিল, কিন্তু এই বিলাকক একোলৈও ভই ন কৰে; সেই নিমিত্তে সি তৰোআল কাকত সুমাই থৈ, অনবৰত প্ৰাৰ্থনা নামে আন এক অস্ত্ৰ ধাৰন কৰিলে । তেতিয়া মই তাক কবৰ সুনিলোঁ, হে প্ৰভু, মোৰ প্ৰান ৰখ্যা কৰা, মই এই মিনতি কৰিছোঁ । সেই কালে অনেক বাট জোআলেকে অগ্নি সিখাই তাৰ ওচৰে ওচৰে খেদি গৈছিল । আৰু বাঘুৰ দৰে অহা জোআ কৰা অগ্নিময় বোলোৰ দুখময় মাত সুনাত কেতিয়াবা কেতিয়াবা মনত ভাবিছিল, মোক তোখৰ ভো

খৰকৈ চিঙ্গিব, নাইবা আলি বাটৰ ধুলিৰ দৰে গচকিব । এনে ভয়ঙ্কৰ দৰ্সন আৰু সবদ দুই তিনি ভাবৰ বাটলৈকে দেখি সুনি জোআত এজাকে ভূতে তাক আগচি ধৰিবলৈ অহা জেন সুনি, তাতে সি থমকি ৰৈ, মই এতিয়া কি কৰিব লগিয়া, তাকে গুনিবলৈ ধৰিলে । কেতিয়াবা কেতিয়াবা উভতি জাবলৈকে প্ৰাই মন কৰি পাচে আকৌ ভাবে, কি জানি মই আধা খনি বাট পাৰ পাওহি, আৰু অনেক আপদকো চেলি আহিলোঁ, এতিয়া আগ বাৰ্হি জোআতকৈ উলটি জোআৰ আপদ কি জানি সৰহ হব; এই বুলি আগলৈ জাবলৈ মন থিৰ কৰিলে । কিন্তু সেই ভুতবোৰ ক্ৰমে ক্ৰমে ওচৰ পালেহি জেন বুজিলে; পাচে সিহঁত নিচেই ওচৰ পালত খ্রিষ্টিয়ানে এটাহ পাৰি বুলিলে, মই প্ৰভু পৰম ইস্বৰৰ সক্তিএৰে চলি জাঁও; তাতে সিহঁত হুহকি গৈ আৰু নাহিল ।

আৰু এটা কথা সুঁঅৰি কঁও, খ্রিষ্টিয়ানে আপুনি আপোনাৰ মাতকে চিনিব নোআৰে এনে অথিৰ হৈছিল । কেনেকৈ তাক জানিলোঁ, কঁও সুনা; সি সেই জলি থকা গাঁতৰ দুআৰৰ সমুখ পালত দুৰ্জনবিলাকৰ এটাই পাচ ফালে দি মনে মনে আহি ইস্বৰক নিন্দা কৰা অনেক বেয়া কথা তাৰ কানত সুনালে; তাতে মোৰ মনৰ পৰা এনে নিন্দা কথা ওলাল বুলি বুজিলে । তেতিয়া খ্রিষ্টিয়ানে আগেএ অতি প্ৰেম কৰা জনকে আপুনি এনে নিন্দা কৰা জেন ভাবি আন সকলো বেলিতকৈও মনত বৰ দুখ পালে । তথাপি সাধ্য হোআ হলে সি এনে ভাবনা ন কৰিলেহেঁতেন; কিন্তু আপোনাৰ কানত সোপা দিবলৈ, বা সেই নিন্দা নো কৰ পৰা ওলাল, তাক বুজিবলৈ তাৰ গিয়ান ন হল ।





## ডেউকা হিন ৰিয়া চৰাই ।

The Rhea

এই ডেউকা নাই কিয়া চৰাইৰ পাঁচ জাতি আচে, প্ৰথম জাতি আৰব আৰু আফ্ৰিকা দেসত থাকে । তাৰ ভৰিৰ নখ দুটা, তাৰ নাম-উট চৰাই বোলে । দুতিয় জাতি দখিন আমেৰিকাত থাকে, তাৰ নখ তিনটা, তাৰ নাম ৰিয়া বোলে । ত্ৰিতিয় জাতি অষ্ট্ৰেলিয়া মহা দিপত থাকে, তাৰ নাম ইমূ বোলে । চতুৰ্থ জাতি নুজিলণ্ডৰ ওচৰত সৰু সৰু মাদুলিবোৰত থাকে, তাৰ নাম কাচোআৰি । পঞ্চম জাতি অষ্ট্ৰেলিয়া দেসত আচিল, এতিয়া পাবলৈ নাই, তাৰ নাম "মোআ" । এই পাঁচ জাতি চৰাইৰ মাজৰে তিন জাতিৰ ডেউকা নিচেই নাই, কিন্তু নোমৰ নিচিনা এবিধ দিঘল কলা পাখি আচে; সেয়ে সিইতৰ গাটো ঢাকি থই । উট চৰাই, ইমু, এই দুজাতিৰ ডেউকা আচে, তথাপি গাটো ডাঙৰ, ডেউকা নিচেই সৰু দেখি, উৰিব নোআৰে; সেই কাৰনে সিইতৰ ডেউকা ন থকাহে বুলিব পাৰি ।

## দিলিৰ ৰজা কুতুব উদিনৰ বংসাৱলি

History of the Pathan Dynasty—Kutub Uddin.

জলিচ খাঁৰ দোআৰাই কাবাজিচৰ ৰাজ্য ভ্ৰষ্ট হোআত সিন্ধু নদিৰ পুব ফালৰ দেসত তাৰ পচিম দেসি ৰজাবিলাকৰ অধিকাৰ লোপ হল, আৰু হিন্দুস্থানৰ ওপৰত নতুন ৰাজ্য সাসন কৰা ওলাল । সেই কাৰনে মচলমানবিলাকৰ অধিনত থকা ভিন্ন ভিন্ন হিন্দুস্থানৰ প্ৰদেস, সিও এই ৰাজ্য নষ্ট কৰাৰ সময়ত বহু মুল্য ৰূপে অনেকৰ অধিন হল, কিন্তু ইয়াতে সেই সেই প্ৰদেসৰ অমঙ্গল ন হল, কিয়নো আগেয়ে জেনে ৰূপে দেসৰ ৰাজধানি অনেক স ক্ৰোচৰ দুৰৈত আচিল; সেসত তেনে ন হল, কিন্তু উত্তৰ হিন্দুস্থানৰ মাজতে ৰাজধানি হল । জেতিয়া সেই প্ৰদেসবোৰ অতি দুৰৈত থকা ৰাজ ধানিৰ অধিন আচিল, আৰু সেই প্ৰদেসবোৰৰ সেই ৰাজ ধানিৰ ঐশ্বৰ্য্যলৈ কৰ দিয়াৰ প্ৰয়োজন আচিল; এতিয়া সেই কালতকৈ অনেক ভাৱে উত্তম ৰাজ সাসন হল । আৰু দিলিত থকা মচলমানৰ বাদস্যাহবিলাকে দুৰৈত থকা প্ৰদেসবোৰৰ বিসয়ে ভাৱনা আৰু তাক ৰখ্যা কৰা জতনৰ পৰা মুকুত হৈ হিন্দুস্থানৰ দখিন প্ৰদেস জই কৰাৰ উপাই পালে; আৰু নিজ অধিনৰ প্ৰদেসৰ ওপৰতে অধিক মন দিব পাৰিলে । গজানন, গৌৰ আৰু কাৰজিমৰ বাদস্যাবিলাকে কাসিৰ দখিন প্ৰদেসত নামেৰেও অধিকাৰ হোআ নাচিল বুলি জনা জাই । কিন্তু পাচৰ বিবৰনত বুজা জাব, দিলিৰ প্ৰথম স্বাধিন বাদস্যাৰ তৰোআল বঙ্গালৰ ভূমিলৈকে আহিচিল, আৰু তিনি কুৰি বাৰে বচৰৰ পাচত দখিন দেস মচলমানবিলাকৰ দোআৰাই জিনা হল ।

Comencement of Kutub Uddin's Career

জি ৰজহৰ বিবৰন লিখা হব, সেয়ে গৌৰৰ ৰজা মহমদৰ এক দাস কুতুব উদিনৰ দোআৰাই থাপনা কৰা হল, সি ১৩৯৮ ইং সকলৈকে অৰ্থাত এস তিনি কুৰি লোক্তৰ বচৰলৈকে সিংহাসনত বহিচিল, আৰু সেই বচৰতেই মহা তিমুৰ বেগে সেই ৰজহক নষ্ট কৰিলে ।

কুতুব উদ্দিন অতিসই পিয়াৰি আছিল, আৰু আপোনাৰ অধিকাৰৰ দোআৰাই জই কৰা দিল্লি আৰু তাৰ চাৰিও কালে থকা দেসৰ উপৰত অধিকাৰ ৰূপে নিজুক্ত হৈ হান্সি নগৰক আক্ৰমন কৰা গুজৰাটৰ জাঠ নামে এক জাতিক জই কৰিলে। আৰু মহম্মদে জেতিয়া কনৌজ আক্ৰমন কৰিবৰ ইচাৰে গৈছিল, তেতিয়া সেই কুতুব উদ্দিনে তেঁওৰ লগ ধৰি তেঁওৰ সৈন্যৰ প্ৰথম ভাগ লৈ কাসিৰ ৰজাক জই কৰিলে। সেই ৰজাই আপোনাৰ সৈন্যবোৰৰ জুধ পৰাজই হোআ জানি, আপুনি হাঁতিত উঠি সত্ৰু সৈন্যবোৰৰ মাজে সি প্ৰবেস কৰিলে। কুতুব উদ্দিন ধেনুৰ বিদ্যাত অতি পাৰ্গত আছিল, তাতে তেঁও সত্ৰু ৰজাৰ চকুলৈ এক কাঁড় মৰাত সেই ৰজা মাটিলৈ পৰিলে। সেই জুধত ইমান সৰহ মানুহ মৰিল, জে ৰজাৰ স অনেক বেলালৈকে আন মৰা সৰ তলত পৰি নে দেখা হৈ আছিল। মহমদে জই কৰি কাসি নগৰৰ অধিকাৰ হৈ বঙ্গাল দেসৰ সিমালৈকে আহিল, আৰু সেই হিন্দুৰ ধৰম নগৰৰ সকলো মূৰ্ত্তি প্ৰতিমাবোৰ নষ্ট কৰিলে, আৰু সেই ঠাইৰ পৰা জি ধন লুট কৰিছিল, তাৰে চাৰি হেজাৰ উটৰ ভৰা হল। মচলমানে সেই পবিত্ৰ নগৰ লোআ এয়ে প্ৰথম বাৰ।

Plunders Gujarat—Is made a Prisoner.

মহম্মদে পাচৰ বেলি জোআত কুতুব উদ্দিন দিল্লিলৈ গল, আৰু তাতে এই কথা সুনিলে, বোলে, আজমেৰ চহৰৰ পৰাজই হোআ ৰজাৰ ভায়েকে তেঁওৰ বিৰো ধ জাত্ৰা কৰি আহিছে। এনে সময়ত কুতুব উদ্দিনে ওলাই তেঁওৰ লগ পাই, তেঁওৰে সৈতে ৰন কৰি জিনি, তেঁওক আপোনাৰ দেস আজমেৰৰ দুআৰলৈকে খেদি গল। ইয়াৰ পাচত কুতুব উদ্দিনে গুজৰাটৰ অহিতে গৈ সেই নগৰ একে বাৰে লুট কৰিলে। এই সময়ত জেতিয়া তেঁওৰ সৈন্যবোৰ ঠায়ে ঠায়ে গোট গোট হৈ আছিল, তেতিয়া তেঁওৰ সত্ৰুবিলাকে একে কথাৰে ৰাজপুত বেঁলত গোট খালে; তাকে সুনি আপোনাৰ এভাগ সৈন্যকে লৈ সিবিলাকে সৈতে কুতুব উদ্দিনে ৰন কৰিব লগিয়া হল। কিন্তু তাতে তেঁও পৰাজই হল, আৰু আপোনাৰ সৰিলত চই ঠাইত ঘা পালে, পাচে আজমেৰলৈকে পলাই গল। মহম্মদৰ ফৌজ গৌৰৰ পৰা আহি মুকলি ন কৰালেকে তেঁও সেই ঠাইতে বন্ধন হৈ আছিল। গৌৰৰ সেনাপতিবিলাকে আহি চাৰিও কালে বেৰি থকা সত্ৰুবোৰক দুৰ কৰি খেদালে, তাতে কুতুব উদ্দিনে সিবিলাকৰ দেসলৈকে সিইতক খেদি খেদি গল।

Becomes King on the death of Mahomed.

তাৰ পাচে গৌৰৰ মহমদ ভুৰুকি দেসত আপুনিও পৰাজই হল, সেই কাৰনে কুতুব উদ্দিনে আপোনাৰ অধিকাৰৰ সহাই হবলৈ সকলো সৈন্য সমনিতে সেই ঠাইলৈ গল। পাচত গৌৰৰ মহমদ চলৰ দোআৰাই মৰা পৰিল। তেঁওৰ মৰনৰ পাচত কুতুব উদ্দিনে আপোনাকে স্বাধিন ৰজা পাতি ৰজাৰ খ্যিয়াতি ললে। তেঁও আপোনাৰ অধিপত্য বৰ্হাবৰ মনে গজনিনৰ ৰাজ্য মহমদৰ অন্য এক দাস এলদোচৰ হাতৰ পৰা লৈ মদ আদি সকলো বিধ ট আচৰনত আপোনাক আসক্ত কৰিলে। য়াতে এলদোচে পুনৰাই অতি বেগে সৈন্য গোটাই অকষ্মাতে গজনিন ললে, আৰু কুতুব উদ্দিনক দিল্লিলৈ খেদাই দিলে। সেই ঠাইতে তেঁও নিয়াই, আৰু পৰমাৰ্থেৰে মৰনলৈকে ৰাজ সাসন কৰিলে। পাচে তেঁও ঘোৰাৰ পৰা পৰি ১২১০ সঁকত ম্ৰিত্যু হল।

ন. ল. ক.



Coin of Mahomed Sami of Gouri.

এই মকচা মহম্মদ গৌৰিৰ এক পইচা। ই কালে লিখিছে, শ্ৰী হমিৰঃ। আৰু সি কালে, সা মহম্মদ সামে।

## জাত্ৰা কৰা কথা।

A Missionary Journal.

গুআহাটি নৱেম্বৰ ১৮ তাৰিখে তেজপুৰলৈ জাবৰ কাৰনে নাৱত উঠি উজাই আহি বৰ চাহাবৰ থাত পালত, নাৱৰিয়াবিলাকে ভাত খাবলৈ নাও চপালে। মই থাতৰ বঙলাত ভোটৰ ৰজা আছে বুলি জানি, তেঁওক চাবলৈ তালৈ গৈ তেঁওক চিটি লিখি বহি থকা পালোঁ। তেঁও হলে এক বচৰৰ আগেএ আপোনাৰ দেসত কিবা দাই কৰি দণ্ড পাম বুলি ভই লাগি, তাৰ পৰা পলাই আহি কম্পানিৰ দেসত আসুই ললেহি। পাচে ভোটৰ জি প্ৰধান ৰজা লাচা নগৰত থাকে, তেঁওক ধৰিবলৈ ৫০০ মান চুতিয়া সৈন্যক পঠালে, কিন্তু সিইতে পৰ্বতৰ পৰা নামি আহি, গেৰাজৰ দুআৰ মুখত কম্পানিৰ সৈন্যবিলাক দেখি ভই কৰি উভতি গুচি গল। কিন্তু পলাই অহা ৰজাই পুনৰাই আপোনাৰ দেসত জাবলৈ এতিয়ালৈকে সাহ নে পালে, প্ৰাই এক বচৰ গুআহাটিতে থাকিল। মই তেঁওৰ লগত কিচুমান কথা বাতৰা হৈ বিদাই লৈ, পুনৰাই নাৱলৈ আহিলোঁ। সেই দিন তাৰ পৰা আহি গধুলি কুৰুআত ৰলোঁহি। তাতে এটা বৰ নাম ঘৰ আৰু অনেক লোকো থাকে। সেইবিলাকৰ আগত আমাৰ ত্ৰান কৰ্ত্তা প্ৰভুৰ কথা বুজাবলৈ জাবৰ মোৰ বৰ ইচা আচিল, কিন্তু বালি সৰহ আৰু বাতিও হল, এই কাৰনে জাব নোআৰিলোঁ। ইয়াৰ পাচ দিন বৰাগি নামে এখান গাঁও পাই গধুলি তাতে থাকিলোঁ। কিন্তু সেই বাতিতে জাৰে বৰ টানকৈ ধৰিলে, প্ৰাই সৰিল ৰখ্যা কৰিব নোআৰোঁ হেন দেখি মোৰ মনতে ভাবিলোঁ, এই দেসৰ জাৰ সহিবলৈ ইমান টান হই জদি, তেন্তে উত্তৰ কালে হিম দেসত থকা লোকবিলাকে কেনেকৈ এনে জাৰৰ পৰা ৰখ্যা পাব?

বাতিপুআ দেও বাৰ হল, আৰু ইস্বৰৰ চাবি আগ্যাৰ দৰে বিস্ৰাম কৰিলোঁ। পাচে তাত পাখি খাই বামত উঠি এটা নাম ঘৰলৈ গৈ, তাতে অনেক লোকবিলাকৰ লগত আমাৰ ত্ৰান কৰ্ত্তা প্ৰভুৰ বিসয়ে কিচুমান কথা বাত্ৰা হলোঁ। কিন্তু সিইতে মোত কলে, বোলে, আমি বৰ গৰিব, আৰু একো নে জানোঁ, তেতিয়া মই সিইতত সুধিলোঁ, পৰলোকত তোমোলাকৰ পৰিত্ৰান হব নে? তেতিয়া সিইতে কলে, তাক আমি কেনেকৈ কম? মই কলোঁ, তোমোলাকৰ সেস গতি জদি ঠিকনা নাই, তেন্তে সকলো সংসই হৈ থাকিচে, আৰু তোমোলাক নিচই দুখিয়া হই বুলি জানিচা। আৰু সুধিলোঁ, তোমোলাকে নো কাক চিন্তা কৰিচা? সিবিলাকে বোলে, পৰম ইস্বৰক। মই কলোঁ, সেয়ে হলে ভাল, পৰম ইস্বৰক চিন্তিবৰ উচিত; তেন্তে তেঁও তোমোলাকৰ চিন্তা গ্ৰহন কৰিচে নে, নাই কৰা, ইয়াৰ কোনো প্ৰমান পাইচা নে? সিইতে কলে, তেঁও গ্ৰহন কৰিচে বুলি আমি আসা কৰিচোঁ, তথাপি তাৰ একো প্ৰমান এতিয়ালৈকে দেখা ন গল, আমাৰ দুখ গুচা নাই, আৰু পাপি স্বভাও গুচা নাই। তাতে মই কলোঁ, বন্ধু সকল, তেনে হলে মই জানিচোঁ, তোমোলাকৰ প্ৰাৰ্থনা ইস্বৰে সুনা নাই; সুনা হলে তোমোলাকৰ পাপৰ ভাৰ গুচাৰ প্ৰমান পালাহেঁতেন। বাৰু, তোমোলাকে জদি কোনো চাহাবত কিবা কথা সুধি সুধি থকাত, তেঁও বিমুখ হৈ একো উত্তৰ নি দিএ, তেন্তে কি বুলিবা? চাহাবে বেজাৰ পাই আমাৰ কথা নু সুনে, এনেকৈ বুলিবা ন হই নে? সেই ৰুপে তোমোলাকেও দিনে দিনে অনেক বচৰৰ পৰা ইস্বৰৰ নাম ভজিলা, তথাপি এতিয়ালৈকে এটি পাপ খেমা হল বুলি কব নোআৰা, আৰু তাৰ একো প্ৰমান নাই। পৰম ইস্বৰে নিচই বেজাৰ হৈ তোমোলাকৰ প্ৰাৰ্থনা নু সুনে; কাৰন তোমোলাকৰ পাপ পৰ্বতৰ সমান ডাঙৰ হোআত তেঁও অহিত হৈচে, তেনে হলে আমি কি কৰিম? মই উত্তৰ দি কলোঁ, প্ৰাচিত্ত হব লাগে, প্ৰাচিত্ত ন হলে ন হই, তাত বাজে আৰু উপাই নাই। সিইতে সুধিলে, কি নো প্ৰাচিত্ত হব লাগে? মই কলো, কোনো মানুহে জদি এক স ৰুপ ধাৰ কৰে, তেন্তে তাক সুজিবলৈ এস ৰুপ লাগে, তাতকৈ কম হলে ধাৰ

মাৰিব নোআৰে। সেই ৰূপে পাপৰ বেচ দুখ, আৰু জিমান পাপ থাকে, তাৰ প্ৰাচিতৰ নিমিত্তে সেই মান দুখ লাগে. সিইতে বুলিলে, অহ, এনে কথা বৰ আচৰ্জ, আমাৰ পাপ অসিমা, আৰু এইমান দুখ কোনে সহিব পাৰে? মানুহবিলাকৰ মাজত কোনেও ভুঞ্জিব নোআৰে বুলি কলোঁ, আৰু ইশ্বৰে উপাই নি দিলে আমি সকলো অনন্ত কাল নৰক জাতনা ভুঞ্জিলোঁহেঁতেন। সিইতে সুধিলে, ইশ্বৰে নো কি উপাই কৰিলে, তাক আমি সুনা নাই। মই কলোঁ, হাই হাই, এনে সুভ বাৰ্ত্তা তোমোলাকৰ কানত ন পৰিল নে? মই হলে তাক নু সুনিলে একো আসা নো হোআকৈ এতিয়ালৈকে এন্ধাৰতে ফুৰি থাকিলোঁহেঁতেন। পাপৰ পৰা উধাৰিবলৈ মানুহবিলাকৰ মাজত উপাই নাই দেখি, পৰম ইশ্বৰে অনুগ্ৰহ কৰি আপোনাৰ পুত্ৰক এই প্ৰিথিবিলৈ পঠালে; তেঁও আমাৰ সকলোৰে পাপৰ ভাৰ লৈ, আমাৰ সলনি হৈ, পেৰেঙনিত আপোনাৰ প্ৰান তিয়াগ কৰিলে। তেঁও সামান্য ৰূপে মৰিল, এনে ন হই, অসিমা দুখ খাইহে মৰিল, এই কাৰনে তেঁওৰ মৰনত পাপি লোকৰ জামিন হোআ হেন দেখা গল। আৰু এনে প্ৰাচিতত পৰম ইশ্বৰো সন্তুষ্ট হল, আৰু তেঁওৰ দোআৰাই আমাৰ প্ৰাৰ্থনাও সুনিব বুলি আমি ঠিককৈ জানিচোঁ। তথাপি প্ৰাৰ্থনা কৰোঁতে তেঁওৰ পুত্ৰৰ নাম সদাই লব লাগে, ন ললে ইশ্বৰে সন্তুষ্ট হওক চাৰি বিতুষ্টহে হব; কিয়নো আপোনাৰ পুত্ৰত বিস্বাস কৰিবলৈ সেই নাম পৰম ইশ্বৰে দিলে, তাকে ন ললে কোনো ৰূপে তেঁওৰ অনুগ্ৰহ পাব নোআৰা। সিইতে সুধিলে, বোলে, ইশ্বৰৰ পুত্ৰৰ নাম লৈ প্ৰাৰ্থনা কৰিলে, পাপ খেমা হোআৰ প্ৰমান পোআ জাই নে? মই কলোঁ হই, কিন্তু আমি তেঁওৰ আগত সকলো পাপ লৈ কৰি অকপট মনেৰে পৰম ইশ্বৰৰ পুত্ৰৰ মৰনত আস্ৰুই লব লাগে, তেহে আমাৰ পাপ খেমা হোআৰ নিচই প্ৰমান পাম; আৰু বিসয়তে সকলো পাপ দমন কৰিবলৈ সক্তিমন্ত উত্তপতি হব। তেতিয়া সিবিলাকে বৰ মন দি মোলৈ একে ঠৰে চাই, আৰু সুধিলে, বোলে, ইশ্বৰৰ পুত্ৰত আস্ৰুই ললতেই আমাৰ আগলৈ গতি কি হব, তাক আমি জানিব পাৰিম নে? তেতিয়া মই সিইতক উত্তৰ দি কলোঁ, হই জানিব পাৰিবা। পৰম ইশ্বৰ তুষ্ট হলে আমাৰ মনত সান্তনাৰে ভৰাই দি থিৰ ভাবনা কৰাব, আৰু তাতকৈও মৰনৰ ভই গুচিব, ভই কৰোক চাৰি সান্তনাহে পাব; কিয়নো পৰম ইশ্বৰে দণ্ডৰ আগ্যা নো হো আকৈ আসা ভাবনা সদাই মনত দিচে, ইয়াক ঠিককৈ জানিব পাৰে। ইশ্বৰ আৰু মানুহবিলাকৰ মাজত সেই পুত্ৰ সমস্থআৰ বিসইৰ অধিকাৰ হল, আৰু তেঁওত বিস্বাস কৰাবিলাকক ইশ্বৰে সৈতে নিচই মিল কৰিব। এই কথা সুনি সিবিলাকে ইটে সিটৰ মুখলৈ চাই বুলিলে, বোলে, এয়ে বৰ চিকন কথা। পাচে সিইতে আৰুও মোত সুধিলে, এই সকল কথা কোন সাস্ত্ৰত লিখিচে? তেতিয়া মই কলোঁ, ইশ্বৰে ধৰম সাস্ত্ৰত লিখিচে, তাকে পৰ্হিলে জানিব পাৰে, অৰ্থাত কি ৰূপে পাপৰ কাৰন পৰম ইশ্বৰৰ ক্ৰোধ লোকবিলাকৰ ওপৰত লাগিল, আৰু সেই ক্ৰোধ গুচাবলৈ তেঁও আপোন পুত্ৰক পাপি লোকৰ কাৰনে প্ৰিথিবিলৈ পঠাই তেঁওৰ তেজেৰে পাপৰ প্ৰাচিত কৰিলে, আৰু কি ৰূপে তেঁও তিন দিনৰ দিনা মৈদামৰ পৰা উঠি, ইশ্বৰৰ ওচৰলৈ উভতি গল, আৰু সেসৰ দিনা তেঁও তেজস্বি মহিমাৰে পুনৰাই এই প্ৰিথিবিত লোকবিলাকৰ সোধ কৰিবলৈ আহিব, এই সকল কথা তাতে লিখা আচে, তাকে পৰ্হিলে প্ৰকাস ৰূপে জানিব পাৰিবা। এনে কথা কৈ বিদাই লৈ নাৱলৈ উভতি আহিলোঁ।

সোম বাৰ বাতি পুআ নাও মেলি উজাই আহি গধুলি মঙ্গলদৈৰ ঘাট পাই তাতে নাও বান্ধিলোঁ। ঘাটৰ পৰা জিলালৈ এক ঘণ্টা মান বাট আৰ লাগে, সেই কাৰনে মই জোআ নাই। পাঁচ জন চাহাব লোক মোট খাইচিল, এজন পাদুৰি চাহাব, মেম চাহাব, আৰু দুই জন বাবাও আচিল। মেম চাহাবৰ কিচুমান

বেমাৰ হোআতে নদিত হেৰা খাবলৈ গৈচিল, আৰু উইলমত চাহাব, তেঁওৰ মেম চাহাবে সৈতে কলিকতাৰ পৰা নাজিৰালৈ এখান বজৰাত চাহ কম্পানিৰ বিসই লবলৈ আহিচে। আৰু দিবুৰু গৰৰ পৰা জেক্কিঞ্চ চাহাবে ভতিয়াই আহিচে, কাৰন তেঁওৰ মেম চাহাবক কলিকতালৈ ভাপ জাহাজত পঠাইচিল, কিন্তু জাহাজত জাঁওতে কোনো কাৰনে তেঁওৰ গিয়ান হিন হোআ হেতুকে আৰু জ্ঞান নোআৰে বুলি জাহাজৰ অধিকাৰে তেঁওক ঢাকাত এৰি গল, তেঁওকে দেখিবলৈ চাহাবে ভতিয়াই গৈচে। তেঁওৰ বদলি পিটাৰ চাহাব তেঁওৰ মেম চাহাব আৰু এটি বাবাই সৈতে কলিকতাৰ পৰা আহিচিল। পাচে তেঁওৰ মেমৰ বাটত আহোঁতে কিবা বেমাৰ হৈ মঙ্গলদৈ পাঁওতেই মৰিল। তেঁওৰ মৰা স কবৰ দিবৰ কাৰনে গোআহাটিলৈ ভতিয়াই নি তাতে কবৰ দি পুনৰাই উজাই আহিল। আৰু তেজপুৰৰ কলেক্তৰ চাহাবে দৰঙ্গ জিলাৰ ৰুপিত মাটি নদিএ নষ্ট কৰাৰ কাৰনে তাকে কি ৰুপে তেতি ৰাখিম বুলি চাবলৈ জাঁওতে গধুলি হোআৰ কাৰনে এই ৰাতি হাৰঞ্চ চাহাবৰ বঙ্গলাতে থাকিল। মই হলে বামলৈ উঠি এজুম ডোম মানুহক বহি থাকিবৰ দেখি সিইতৰ ওচৰলৈ গৈ সুধিলোঁ, তইঁতে ইয়াত কি কৰিচা? সিইঁতে কলে, আমি কানি খাইচোঁ। মই কলোঁ, অহ কানি খাইচা, সেয়ে তোমোলাকৰ সত্রুহে; অনেক অনেক মানুহক নষ্ট কৰিলে, ইয়াক তইঁতে নে জানিলি নে! সিইঁতে বোলে, হয়, এই সকল আমি জানোঁ, তথাপি কি কৰিম? এৰিব নোআৰোঁ, খোআ সহজ, কানিএ সকতকৈ টানিচে। জেতিয়া কানি খাবলৈ পাঁও তেতিয়াহে লৰা তিৰোতা আদি কৰি সকলোকে আলাপ প্রিতি কৰোঁ; কিন্তু কানি নে খালে সকলোকে একো মুল্য হেন নে দেখো, কেৱল মাটিৰ নিচিনা মানোঁ। কম্পানিৰ দিনৰ পুৰ্ব্বে প্রাই কোনে নে খাইচিল, এতিয়া হলে প্রাই সকলোএ কানি খাই, আৰু লোকবিলাকৰ প্রান হিন হল। মই সিইঁতক কলোঁ, এই সত্রু বৰ সকত, আৰু অচমিয়াবিলাকক সিম্রে বন্দি কৰিচে, তথাপি দমন কৰিলে কৰিব পাৰে। প্রথমতে . াই সত্রুই দুই এক মাহ মানলৈকে বৰকৈ দুখ কৰিব; কি জানি কানিয়াবিলাকে বুলিব, হাই হাই, কেনেকৈ থাকিম, আমি হলে সকলো নিচই নষ্ট হম। এনে . সত্রুক কোনেও সহিব নোআৰে, কিন্তু ক্রমে ক্রমে জদি খেদি দি থাকে, তেন্তে তাৰ বল কমি জাব, পাচত নিচই ঘাটি কৰা হব। সিইঁতে কিচু সমত হোআ জেন দেখি, মই আৰু কথা কলোঁ, তইঁতৰ সন্তানবিলাকে জদি সেই সত্রুক কেতিয়াও নো চোএ, তেন্তে কোনো ৰুপে সিইঁতক ধৰিব নোআৰে, এই ৰুপে দুই এক পুৰুস হলে তাক দেসৰ পৰা খেদোআ হব; এই সকলোকে কৈ নাৱলৈ আহিলোঁ।

বুধ বাৰ গধুলি এটা ঘাট পাই তাতে ৰাতি ৰলোঁ। সেই ঘাটতে মাচ কিনিবৰ নিমিত্তে দুই তিন দিনমান বাটৰ পৰা অহা তিনি কুৰিমান কচাৰি লোকক তাতে লগ পালোঁ। সিইঁতে কাতি মাহৰ পৰা বহাগলৈকে অহা জোআ কৰি তিনি চাৰি কুৰিমান লোক এই ঠাইতে থাকে : সিইঁতে ডোম লোকৰ পৰা কেঁচা মাচ কিনি ৰদত সুকুআই আপোন আপোন গাঁৱলৈ নি কোনোটোৰ তাৰে লা সলাই, পাচে সেই লা আনি কৈঁয়াবিলাকত বেচি ধন পাই, সেই ধনু আনি খাজানা সোধাই, আৰু কোনোবোৰে হলে আপোনাৰ লৰা তিৰোতাই সৈতে ঘৰতে খাই। এতিয়া হলে সিইঁতে মাচ পোআ নাই, সুধা হাতে ঘৰলৈ উভতি জাব লাগিব বুলি কলে। কচাৰি লোক হলে অগিয়ানি আৰু মহাজনবিলাকেও সিইঁতক বৰকৈ ঠগাই বুলি সুনিচোঁ। কম্পানিএ জদি সিইঁতলৈ অনুগ্রহ কৰি সিবিলাকৰ মাজত ইস্কুল পাতে, তেন্তে দুই এক বচৰতে সিবিলাক বৰ উত্তম লোক হব পাৰে।

সিঙ্গৰি পৰ্ব্বত এৰি আহি ৰাতি পুআই উজাই জাঁওতে এটা ওখ গৰাৰ ওপৰত বহি থকা এটা বৰ ডাঙ্গৰ বাঘ দেখিলোঁ। সি মানুহৰ মাত সুনি মুৰ দাঙ্গি দাঙ্গি চাই গোটা চাৰেক মানুহক দেখি, তই পাই মাটিত পেট পেলাই তাতে থাকিল। আমি তাৰ পৰা গুচি

আছিলোঁ, পাচে আহি আহি তেজপুৰৰ পৰ্বত মথা দেখা পালোঁ সেই পৰ্বত দুৰৈৰ পৰা দেখিবলৈ সুন্দৰ, কিন্তু তাৰ ওচৰলৈ আহি নিবাসি লোক নিচই তাকৰ হেন দেখিলোঁ। ইয়াত চাবলৈ জি জি বস্তু আচে, তাৰ সকলোৰ মাজত শ্ৰীজুত মাৰ্ত্তিন চাহাবৰ বৰ গচৰ এঁঠা বনোআ কলক আচৰিত হেন দেখিলোঁ। সেই এঁঠা কি ৰূপে বনাইচে, তাকে কিচুমান তলত লিখা হৈচে। সেই এঁঠা দুই তিনি দিনমান বাটৰ অন্তৰ এখান জাবনিৰ পৰা গাঁৱলিয়া মানুহবিলাকে বেচিবগৈ প্ৰতি জনে একে বেলিএ ত্ৰিচ সেৰ মান আনে। তাৰ দাম মোনত দুই টকা চাৰি অনা। এঁঠা কৰোআ বকচিএ সি... পৰা কিনি পুখুৰিৰ নিচিনা মাটিত পুতি বৰ একোটা পেৰাত থই। আৰু সেই পেৰাৰ তলত এঁঠাৰ পানি জাবলৈ দুই তিনটা মান বাট পেচ দি ৰাখে। পাচে জিমান এঁঠা সেইমান পানি তাতে মিহলি কৰে; কাৰন পানি নি দি-লে এঁঠা গোট নে-খাই, আৰু পগাই বনাব নোআৰে। পাচে চাৰি পাঁচ দিনৰ মুৰত এঁঠা নিৰ্ম্মল হৈ পানিৰ ওপৰত উপজিলে তেতিয়া পেৰাৰ তলত থকা সেই পেচ খুলি দিলে, পানিবোৰ জাই, এঁঠাবোৰ থাকে। পাচে তাৰ পৰা তুলি আনি লোৰ বৰ বৰ থালিত দুই তিনি ঘণ্টা মান পগাই। জেতিয়া সেই এঁঠা সিজে, তেতিয়া থালিৰ পৰা এদাল মাৰিৰ মুৰত থকা তিনটা লোৰ কাঁইটেৰে খোচ মাৰি মাৰি উলিয়াই। ইটা বনোআৰ নিচিনা দিঘলে দুই হাত, পথালি এক হাত, ইমান ডাঙৰ এখন থৰমাত ভৰাই। পাচে থৰমাৰ তলে ওপৰে তাৰ সমানে লোৰ দুই চডা পাত দি, পাচে চেপা পেচৰ তাতে সুমাই দি পেচ দুই মা-নুহে ঘুৰাই এক ঘণ্টা মান তাতে ৰাখে। পা-চে জেতিয়া এঁঠা গোট খাই, আৰু তাৰ পানি ওলাই, তেতিয়া তাৰ পৰা উলিয়াই সমানে ঘুৰি কৰতেৰে মাজতে কাতি চাৰি চুকিয়া দুই খান কৰি ৰদত থই পাচে আকও তেল পোৰা লালৰ নিচিনা এক জন্ত্ৰত সুমাই দি এক ৰাতি চেপি পানি ওলাব দিএ। পাচে তাৰ পৰা উলিয়াই আকও বৰ থালিত পানি দি দুই তিনি ঘণ্টা মান সিজাই থাকে। জেতিয়া হব তেতিয়া আকও সেই চেপা জন্ত্ৰত এক দিন এক ৰাতি চেপে। পাচে তাৰ পৰা উলি-য়াই ওপৰত চুন লিপি ৰদত সুকাবলৈ দিএ; জেতিয়া সুকাই তেতিয়া চন্দুকে পতি পাঁচ মোন কৈ ভৰাই বিলাত দেসলৈ পঠাই। গল সনে চাৰি স মোন মান পঠাইচিল, আৰু তাৰে পৰা অনেক লাভ পালে বুলি সুনিলোঁ। এই বচৰত বাৰ স মোন মান পঠাব বুলি সুনিচোঁ। বিলাতৰ কাৰিকৰবিলাকে তাকে কিনি সেই এঁঠাৰে জুতা পা ধোআ চৰিয়া আৰু প্ৰান ৰখ্যা কৰা সৰু সৰু নাও তুমি অনেক ৰকমৰ কাপৰ পালঙ্গ আৰু লৰাই ওমলা অনেক ৰকমৰ বস্তু বনাই। সিবিলাকেও তাৰে দোআৰাই অনেক লাভ পাইচে। ক. ভ.

১৭ আঘোন, সন ১৮৫৩।



South Sea Island Images.

দখিন পাচিফিকৰ মাৰুলিৰ লোকে সেৱা কৰা দেৱতাৰ মূৰ্ত্তি।

## অৰুনোদইৰ সু নিয়ম ।

**To the Readers of the Orunodoi.**

অৰুনোদই পাঠক জুবা বন্ধু সকলৰ প্রতি নিবেদন ।

এই অৰুনোদই আমাৰ নিমিত্তে সর্ব প্রকাৰে উপকাৰি কাকত, কিন্তু জি সকলে অৰুনোদই লৈছে, সিবিলাকে মাহে মাহে অৰুনোদই পালে সেই সময়ত সিবিলাকৰ আন আন কথাত মন থাকে । তথাপি অৰুনোদই পালেই মেলি চাই তাত জি জি কথা আছে, সেই সেই বিসয়ৰ ওপৰত তাহঁৰ আথৰেৰে লিখা কথাটি চায়েই তাৰ সকলো কথা ন পর্হি, বা মন গলে কেতিয়াবা কোনোটো কথা চায়েই, ঠায়ে ঠায়ে অৰুনোদই পেলাই থই; এই গুনে তাত থকা সকলো বিৱৰন প্রাই লোকে ন জনাকৈএ থাকে । জদিবা কোনো কোনো লোকে সাক্ষলেসে চায়ো তথাপি সেই সেই কথাবোৰ ভালকৈ মনত নে থাকে; এই গুনে তোমোলাকে মাহে মাহে অৰুনোদই পালে স্রেনি মতে তাক কিতাপৰ দৰে গাঠি গাঠি লিখা পৰ্হা ঠাইত থৈ দিলে, কেতিয়াবা আহৰি পোআ সময়ত মন গলে তাক মেলি চালে আকও সেই কথা নকৈ পোআ জেন লাগিব, আৰু অৰুনোদই কেনে অমুল্য উপকাৰি তেতিয়াহে বুজিবাইক ।

তাহঁৰ চাৰি পিটিয়া অৰুনোদইৰ বাহিৰে দিঘে ১২ আঙুল, পথালিএ ৭ আঙুল চুটি ১৩ পিটিৰে মেগজিন নামে এবিধ অৰুনোদই গিয়ান ভণ্ডাৰ মাহে মাহে প্রকাস হই । তাৰ দাম দিৱল বিধ অৰুনোদইৰে একে, অর্থাত ইয়াতকৈ তাত কথা অধিক আৰু মাহে মাহে গোটাই নি বছৰেকত কিতাপ বান্ধিবলৈ অতি সুন্দৰ; অৰুনোদই প্রকাস কৰা চাহাবলৈ চিটি লিখিলে সেই বিধকে মাহে মাহে পাঠাব ।

বন্ধু সকল, আমাৰ কথা জদি বিবেচনা কৰি ভাল পালা, তেন্তে আগত সন (১৮৫৪) সনৰ আদি জানুআৰি মাহৰ পৰা সেই ৰুপ কৰাহঁক, আৰু মেগজিন অৰুনোদই পাবলৈ সম্পাদক চাহাবলৈ লিখি পঠোআ ।

অৰুনোদই পাঠক এজন ।

## এজন বাদস্যা আৰু দৰবেচ ফকিৰ ।

**The Pacha and the Dervish.**

ভাতাৰ দেসৰ এজনা বাদস্যা আপোনাৰ মন্ত্রিবিলাক সহিতে ফুৰিবলৈ গৈছিল, এনেতে এটা দৰবেচ ফকিৰ অকস্মাতে আহি ৰৰকৈ চিঞ্ৰিয়াই কলে, বোলে, মোক এস সোনৰ মোহৰ জোঁয়ে দিব, তাকে মই এটা উপদেস দিম । বাদস্যাই তাকে সুনি বেগতে তিমান সোন আনি দিলে, ফকিৰেও বাদস্যাক এই উপদেস দিলে, বোলে জি কৰমৰ সেস নে দেখে, তাক কৰিবলৈ ন ধৰিব । মন্ত্রিবিলাকে এই কথা সোন জেন গিয়ান কৰি ইতিকি কৰি কলে, এই ফকিৰে এনেটো উপদেস দিএ, ভালেমান লাভ কৰিলে । বাদস্যাই তাতে ৰৰ সন্তোস হৈ সেই উপদেসৰ সকলো কথা বজাৰ ঘৰত সোনৰ আথৰেৰে লিখি থলেগৈ ।

অনেক দিনৰ পাচে কোনোবা সত্রু এটাই বাদস্যাৰ তেজ কাটিবৰ সময়ত তেঁওক বিহ দি মাৰিবৰ নিমিত্তে নাপিতক ভালেমান ধন ভেটি দিলে । পাচে জেতিয়া নাপিতে বাদস্যাৰ হাত বান্ধি মাৰিব খোজা অস্ত্র হাতত ললে, তেতিয়াই সেই নাপিতে ওপৰলৈ চাই দেখিলে, "জি কৰমৰ সেস নে দেখে, তাক কৰিবলৈ ন ধৰিব," এই উপদেস কথা দেখিলতে সি চমতক্রিত হল, আৰু তাৰ হাতৰ পৰা অস্ত্র সৰি পৰিল । বাদস্যাই তাৰ এই কথা দেখি তাৰ কাৰন সুধিলে, পাচে নাপিতে বাদস্যাৰ ভৰিত পৰি সেই সকলো কথা তেঁওক সঁচাকৈ কলে । তাতে বাদস্যাই তাক সকলো দোস খেমা কৰিলে, কিন্তু জি সত্রুএ নাপিতক ভেটি দিছিল তাক বধ কৰিলে । জি সকলে আগেয়ে সেই উপদেস কথা তুচ্য জেন দেখিছিল, তেঁওবিলাকলৈ চাই বাদস্যাই কলে, জে সেই উপদেস কথাৰ পৰা এজন বাদস্যাৰ জিৱন ৰখা হল, তাৰ উচিত মুল্য দিব নোআৰা ।



## অচমিয়া লোকটৈ নিবেদন পত্র ।

Blessings of Philanthropy.

প্রিয় বন্ধু সকল,

আমাৰ দেসৰ লোক সকলে এতিয়া জি অৱস্থাৰে কাল নিক্লাইচে, তাক গুনি চালে আপোনাৰ দেসৰ উপকাৰ চিন্তা লোকৰ মনত বৰ লোক জনমে । কিন্তু কি আচৰিত! এই দেসত এনে হিত চিন্তা মানুহ অতি তাকৰ, কিয়নো তেনে দেসো উপকাৰক থাকিলে আমাৰ দেসৰ দুখ একে বেলিএ গুচিলহেঁতেন । হাই হাই! কি বিসয়া, কি মজলিয়া, কি চহকি, কি দুখিয়া, কোনেও দেসৰ হিত নি চিন্তে । এইবিলাক সকলোএ ধনেৰে কেৱল আপোনাৰ পৰিয়ালক প্রতিপাল কৰি সুখে থাকিবলৈহে খোজে; জদি তেঁওবিলাকে একে চিত্ত হৈ আপোনাৰ দেসৰ উপকাৰৰ নিমিত্তে কোনো সত্ত কাৰ্জ কৰে, তেন্তে "সোনৰ অচম দেস," দুখৰ অচম দেস গুচি "বন্তুৰ অচম দেস" হলহেঁতেন । জদি বিসয়া সকলে সুন্দৰ মতে বিদ্যা সিকি গিয়ানি হৈ খেতি বেপাৰ বা ৰাজ সেৱাক আস্রুই লৈ দেসৰ হিত চিন্তে, মজলিয়া সকলেও সেই ৰুপে আপোনাৰ সক্তি অনুৰুপে কাৰ্জ কৰে, আৰু চহকি খেতিয়ক সকলে খেতি বাৰ্হিবলৈ পৰম জতন কৰে, তেন্তে দেসৰ নো দুখ দু গুচিব নে? দেসৰ উপকাৰ কৰাত আপোনাৰ উপকাৰ নো হোআ বিবেচনা কৰা অতি অজুগুত । কিয়নো গোটেই দেস ধনেৰে মঙ্গল হলে তাত থকাবিলাকৰো মঙ্গল হব । আৰু থকাবিলাকৰ মঙ্গল হলে গোটেই দেসৰে মঙ্গল হব ।

হাই হাই! আমাৰ দেসৰ লোক সকলে দেসৰ উপকাৰ কৰা হেন পৰম বস্তুক জনা নাই । জদি কোনো লোকে দেসৰ দুখ দেখিব নোআৰি মঙ্গলৰ নিমিত্তে জতন কৰে, তেন্তে অন্যবিলাকে সেই জনক অধৰমি আৰু দুলোক বুলি নিন্দা কৰাত সিও সেই জতনৰ পৰা পৰাজ মুখি হই । আৰ পৰা দেসৰ উপকাৰৰ মহাবিদ্যা বেটি সকলে জদি এই মৰে আৰ বেচৰ সকলৰ নিমিত্তে থাকিব নোআৰি নিকত নাহি হই, তেন্তে আৰু নৰহ কি হব লাগে? আমাৰ দেসৰ বিসয়া জাজক আৰু ভদ্র লোক সকলৰ গুন বিচাৰিলে বৰ বিৰক্তি জনমে । তেঁওবিলাকে আপুনি সুন্দৰ ৰুপে কোনো বিদ্যা নি সিকি তেঁওবিলাকৰ সন্তান সন্ততি, সিস্য আৰু প্রজা সকলকো বিদ্যা সিকিবলৈ উপদেস বা উত্চাহ নি দি সিইতৰ মনত বৰ ভয়ানক কুসংস্কাৰ জনমাইচে । কি আচৰিত! জি সকলৰ পৰা দেসৰ উনতি হব পাৰে, সেই সকলেই এনে কু উপদেসক হলে আন কোনে আমাৰ সেই আসা পুৰাব ।

জননি আৰু জনম ভুমিৰ প্রতি মানুহৰ এক আচৰিত চেনেহ থাকে । এই চেনেহ অতি মনোৰম । জাৰ মনত এই চেনেহ সকত ৰুপে পৰ্সি আচে, সিহে এই কথাৰ গুন কৰ পাৰে; আৰু জি আপোনাৰ দেস এৰি বিদেসত থাকে, সিহে এই দুই কথাৰ মোল জানে । এক সময়ত ৰুচিয়া দেসৰ "পিতৰ দি গ্রেট" মহা ৰজাৰ নাম নো লোআকৈ থাকিব নোআৰি, তেঁও ৰাজ্য পাট এৰি ইউৰপৰ দেসে দেসে হজুআৰ বেসে জাহাজ সাজিব পৰা প্রভৃতি বিদ্যা সিকি অসভ্য ৰুচিয়াক সভ্য কৰিলে । । চন্দ্র সুৰ্জ জিমান দিনলৈকে থাকে, তিমান দিনলৈকে ৰুচিয়াৰ পিতৰ ৰজাৰ নাম জলি থাকিব । পিত্রি মাত্রিক জদি কোনোএ বন্দি কৰি ৰাখে, তেন্তে সু পুত্রে তেঁওবিলাকৰ মুকুত কৰিবলৈ জতন কৰে । সাস্ত্রে কৈচে, জননি আৰু জনম ভুমি একে সমান পুজনিয় । হে অচম দেসি সকল! তোমোলাকৰ মাত্রিৰ নিচিনা জনম ভুমি অচম দেস বহু কালৰ পৰা অগিয়ান ৰুপ এন্ধাৰ আৰু কুৰিতি ৰুপ বন্দিসালত বন্দি হৈ অনেক জাতনা ভোগ কৰি তোমোলাকে মুকুত কৰিবলৈ জতন ন কৰা দেখি সাও দিব লাগিচে । এতেকে সেই দেস জেনেকৈ অগিয়ান আৰু কুৰিতি ৰুপ এন্ধাৰ বন্দিসালৰ পৰা মুকুত হই, তাকে তোমোলাকে পুৰুসাৰ্থ কৰা উচিত । আৰু তেনে হলে তেঁওৰ আসিৰ্বাদত তোমোলাকৰ অনেক দুখ গুচি মঙ্গল হব সংসই নাই, ইতি ।

একজন অচমিয়া লোক ।

কলিকতা, ১৫ নৱেম্বৰ ১৮৫৩

## বিধৱাব বিবাহ ।

Marriage of a Widow.

জোৱা ১১ আঘোন মোতাবেক ৩ ডিচেম্বৰ তাৰিখৰ সম্বাদ ভাস্কৰ পত্ৰ পাঠ কৰি অবগত হোৱা জে বঙ্গাল দেশৰ মেদিনিপুৰ জিলাৰ বলভপুৰ গাঁৱত থকা নবিন চন্দ্ৰ মুখোপাধ্যায় নামে এজন কুলিন চহকি বামুনৰ ন বচৰিয়া বিধৱা চোৱালি এটিক সেই গাঁৱৰ ওচৰৰে এখন গাঁৱত থকা বিপ্ৰদাস চক্ৰবৰ্ত্তি নামে এজন বামুনৰ পুতেকত সেই বামুনে সুখ মনে সালঙ্ক্ৰিতাকৈ বিয়া দিলে ।

এই সম্বাদত পৰম হৰ্স পাই আমি আমাৰ দেশৰ লোক সকলক জনাবৰ নিমিত্তে অৰুনোদইত চাপিবলৈ এই সমাচাৰ লিখি পঠাইচোঁ । পৰ্হা লোক সকলে পোনেই এই কেতিয়াও নো হোৱা কথা সুনি আচৰিত হব পাৰে; কিন্তু সম্বন্ধে বিচাৰি চালে ইয়াত আচৰিত হব লগিয়া একো কথাই নাই । ওপৰত কোৱা মুখোপাধ্যায়ে জদি তেঁওৰ চোৱালিটিক বাঁৰি হোৱা দেখি বিয়া নি দিয়াকৈ থাকিলহেঁতেন, তেন্তে তেঁও কিমান পাপৰ জে ভগিয়া হলহেঁতেন, তাক কব লগিয়া নাই । আৰু সেই চোৱালিটিএ স্বামিৰ অবিহৰত জিমান জাতনা ভোগ কৰিলেহেঁতেন তাক পুৰুস সকলে কেনেকৈ জানিব ।

"নহি বন্ধ্যা বিজানিয়াৎ গুৰ্ব্বি প্ৰসব বেদনা ।"

বাঁৰি তিৰোতাই লৰা চোৱালি হোৱা তিৰোতাৰ প্ৰসও বেদনা কেনেকৈ বু পাব? আৰু এই দৰে পুৰুস সকলেও স্বামি নো হোৱা তিৰোতাৰ জন্ত্ৰনা বুজ নে পাই । হাই হাই! বাঁৰি তিৰোতা সকলৰ জন্ত্ৰনা আৰু দুখৰ কথা সুনিলে পেটতে হাত ভৰি লুকাই ।

ওপৰত লিখা দৰে এই সুনিতি জদি গোটেই ভাৰত বৰ্সতে চলে, তেন্তে ভাৰ পৰা জন হত্যা বিভিচাৰ দোস প্ৰভিতি মহা পাপ নো একে বাৰে কম ন পৰিব নে! এই সকল মহা পাপৰ কাৰনত পুন্য ভুমি ভাৰত বৰ্স একে বাৰে পাপ ভুমি ন হৈছে নে! এতেকে আমি একান্ত মনে বাৰাৰ সাগৰ সৰ্ব কৰ্ত্তা জগত ইস্বৰত প্ৰাৰ্থনা কৰিচোঁ, জেন এই সুনিতি আমাৰ দেসতো চলি এই দেসৰ সহিৰ নোঅৰা পাপ সকল দুৰ হই । হে দায়াময় পৰম ইস্বৰ, তুমি অচম দেসত এনে দিন কেতিয়া কৰিবা, জে তাত থকা সকলোএ এই সকল কথাক অসুধ হেন নে ভাবি তোমাৰ সুনিয়ম সকলক প্ৰতিপালন কৰিব?

আমাৰ দেসৰ লোক সকলে জদি ওপৰত কোৱা কথাত পতিয়ন নে জাই, তেন্তে সম্বাদ ভাস্কৰ পত্ৰ সম্পাকদলৈ চিটি লিখিলেই সঁচা মিচা জানিব পাৰিব ।

কলিকতাত থকা এজন অচমিয়া লোক ।
কলিকতা ১২ ডিচেম্বৰ ১৮৫৩ ।

---

## ৰজাৰ মুখ দেখাৰ ফল ।

Advantages of seeing a King.

এদিন ৰাতি পুৱাই এজনা ৰজা পহু মাৰিবৰ নিমিত্তে জাত্ৰা কৰাৰ সময়ত কুচিত অঙ্গহিন এটা মানুহক দেখি কলে, এটা বৰ অমঙ্গল দেখিলোঁ, আজি পহু মৰা অধিক ন হব । এই কাৰনে এই মানুহটোক উচিত সাস্তি দি ধৰলৈ আগ্যা দিলে । পাচে পহু মাৰিবলৈ গৈ মনত ইচা কৰা পহু আদি পোৱাৰ পাচত ঘৰলৈ আহি মনতে গুনিলে, জে মোৰ পহু মাৰিবলৈ জোৱা সিধি হল, এতিয়া বন্দিসালত থোৱা মানুহটোক এৰি দিয়াহঁ । তাৰ পাচে সেই মানুহটোক আগলৈ অনাই ভাল বঁটা দি কলে, বোলে, হে মানুহটো, মই পহু মাৰিবলৈ জোৱা ভাল ৰূপে সিধি হল, এই কাৰন তই এতিয়া আপোনাৰ ঘৰলৈ জা । কুচিত অমঙ্গল মানুহটে কলে, বোলে, হে মহা ৰাজ, আপোনাৰ আগ্যাই প্ৰধান বলৱন্ত, কিন্তু দুখৰ কথা এইটোহে; আজি ৰাতি পুৱাই আপুনি এই দুৰ্ভগিয়া দুখিয়াটোৰ মুখ দেখাত পৰম সুখ পালে; কিন্তু মই আজি ৰাতি পুৱাই প্ৰথমতে মহা ৰজাৰ শ্ৰী মুখ দেখা পোৱাত গোটেই দিন অনাহাৰে বন্দিসালৰ দুখ ভোগ কৰিলোঁ ।

## লৰা কালে কৰিব লগা কৰম।

Duties of Children.

মোৰ প্ৰিয়তম সৰজন গনগন্য অৰুনোগ্ৰাহক সকলৈ বুধি হিন কামৰূপস্থ এজন মানুহে নিবেদন কৰিচোঁ, আমাৰ কথা জেন হেয় গিয়ান ন কৰি কোআমত আচৰিবাইক।

পুত্ৰ সকলে মাক বাপেকৰ পৰিচৰ্জা আৱস্যক কৰিব লাগে। সাস্ত্ৰতো কোআ আচে, কিয়নো মাতা পিতাৰ মনোমত কৰম কৰা পুত্ৰ উত্তম, ৰপেক মাকৰ আগ্যাৰ দোআৰাই কাম কৰা পুত্ৰ মধ্যম, জিটো সিবিলাকৰ হুকুম মত নে থাকে, তাক অধম বোলে, এইটো ঠিক কথা। কিয়নো পৰম গিয়ান সাধিব পৰা পাৰলৈ টান, এনে মনুস্য সৰিল মাক বাপেকৰ পৰা পোআ জাই, সিবিলাকে লৰা ডাঙৰ হবলৈ সিকপদুৱে গিয়ানি হবলৈ খোআ সোআ এৰি স্ৰম কৰে। আৰু দেখাচোন, মাৱাই তোমাক দহ মাহ গৰ্ভ ভাৰ বৈ দুখ পাই, এবং পুতেকক পালিবৰ নিমিত্তে সৰ্বদা অস্থিৰ থাকে আৰু পিতা মাতাই জনমিৰৱে পৰা ধন বস্তু আৰ্জ্জি পুতেক জিয়েকে খাবৰ কাৰন সাঁচি ৰাখে বিসেসত মাক বাপেকৰ আগ্যা মনা বালকৰ সুখ মান গিয়ান সিল্প বিদ্যা, সাস্ত্ৰ বিদ্যা, আদি সকলো হই। ইয়াৰে উপদেসক আখ্যান এটি সুনা, মই কঁও, জদি উক্তমত আচৰন কৰা ৰ্ক, বৰ ভাল হবা, এয়ে ন হলে লোকৰ নিন্দা পাবা।

উদাহৰন। সিংহল নগৰে নগেস্বৰ নামা এজন ব্ৰাহ্মন আছিল। তেঁওৰ দেৱেন্দ্ৰ, বিৱেন্দ্ৰ, খগেন্দ্ৰ নামে তিন জন পুত্ৰ হল। তাৰে বৰ দেৱেন্দ্ৰ, সি সৰ্বদাই মাতা পিতাৰ মনোমত কাম কৰে, আৰু এয়ে মোৰ কৰিব লগা, এই বুলি পাঠ দি কৰে, কাকো অপেখ্যা নে ৰাখে, তাতে তাৰ উত্তম গিয়ান হল, সেই হেতু আটাই মানুহে মানেও আদৰ কৰে, তাতে ধন সুখ মৰন পৰ্জন্ত হল।

মধ্যম খগেন্দ্ৰই মাতা পিতাৰ আগ্যা মত কৰম কৰে, কিন্তু সিবিলাকৰ মন বুজি কাম কৰিব নোআৰে, তথাচ অনেক মানুহৰ পৰা সুখিয়াতি পাই বহু সুখ আৰ্জ্জিলে, আৰু বিদ্যাৰম্ভ হল। আৰু সৰু বিৱেন্দ্ৰই মাক বাপেকৰ আগ্যানুসাৰে কাম ন কৰে তেঁওবিলাকৰ হুকুমে নে থাকে, কিন্তু গালিহে দিএ তাতে তাৰ বেয়া কামত মন বাঢ়ি গল; লোকৰ নিন্দা পালে, ৰাজ পিড়াও পালে। এতেকে হে বালক গন, ইয়াকে জানি সুনি মাক বাপেকৰ আগ্যা সুনিবা, তাতে ইয়াৰ কোআ মত উত্তম নাম পোআ।

প্ৰ ম ধ ৰ স ম।

## ফেব্ৰুআৰি, অৰ্থাত ফাগুনৰ পঞ্জিকা।

Almanac for February, A. D. 18'4. Sal. ..ac 1775.

| ফেব্ৰুআৰি | মাঘ | বাৰ | তিথি | দিনমান | ফেব্ৰুআৰি | ফাগুন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৪ | ৪ | ১০।৪৮ | ১৫ | ৫ | ৪ | ১৭ | ১১।৭ |
| ২ | ২১ | ৫ | ৫ | ১০।৪৯ | ১৬ | ৬ | ৫ | ১৮ | ১১।৮ |
| ৩ | ২২ | ৬ | ৬ | ১০।৫০ | ১৭ | ৭ | ৬ | ১৯ | ১১।১০ |
| ৪ | ২৩ | ৭ | ৭ | ১০।৫১ | ১৮ | ৮ | ৭ | ২০ | ১১।১১ |
| ৫ | ২৪ | ১ | ৮ | ১০।৫৩ | ১৯ | ৯ | ১ | ২২ | ১১।১২ |
| ৬ | ২৫ | ২ | ৯ | ১০।৫৪ | ২০ | ১০ | ২ | ২৩ | ১১।১৪ |
| ৭ | ২৬ | ৩ | ১০ | ১০।৫৬ | ২১ | ১১ | ৩ | ২৪ | ১১।১৫ |
| ৮ | ২৭ | ৪ | ১১ | ১০।৫৮ | ২২ | ১২ | ৪ | ২৫ | ১১।১৭ |
| ৯ | ২৮ | ৫ | ১২ | ১০।০ | ২৩ | ১৩ | ৫ | ২৬ | ১১।১৮ |
| ১০ | ২৯ | ৬ | ১৩ | ১০।১ | ২৪ | ১৪ | ৬ | ২৭ | ১১।১৯ |
| ১১ | ১ | ৭ | ১৪ | ১১।২ | ২৫ | ১৫ | ৭ | ২৮ | ১১।২১ |
| ১২ | ২ | ১ | ১৪ | ১১।৪ | ২৬ | ১৬ | ১ | ২৯ | ১১।২২ |
| ১৩ | ৩ | ২ | ১৫ | ১১।৫ | ২৭ | ১৭ | ২ | ৩০ | ১১।২৪ |
| ১৪ | ৪ | ৩ | ১৬ | ১১।৬ | ২৮ | ১৮ | ৩ | ১ | ১১।২৬ |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিদ।

Receipts for the Orunudoi.

শ্ৰীযুত বাবু কিৰ্ত্তিনাথ ফুকন মুনচেফ ১৲

শ্ৰীযুত বাবু লক্ষ্মিনাথ সৰ্মা গজপুৰিয়া বৰুআ সিৰস্তাদাৰ ১৲

শ্ৰীযুত ধৰ্ম্মেস্বৰ সৰ্মা নাজিৰ ১৲

শ্ৰীযুত বাবু দিননাথ বেজ বৰুআ সিৰস্তাদাৰ ১৲

শ্ৰীযুত বাবু দুৰ্গা প্ৰসাদ জেল দাৰোগা ১৲

শ্ৰী ৰহপুৰ মৌজাদাৰ, ১৲

শ্ৰীজুৰমন ১৲

THE ORUNUDOI,

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam.*

# অৰুণোদই

| ৯ বচৰ। | মোং সিৱসাগৰ, ফেবৰুআৰি, ১৮৫৪। | নম্বৰ ২। |
|---|---|---|
| VOL. IX. | SIBSAGOR: FEBRUARY, 1854. | NO. 2. |



শ্ৰীযুত দোস্ত মহমদ কাবোলৰ আমিৰ।
Dost Mahomed Ameer of Cabul.

## অনেক দেসৰ সম্বাদ।

**General Intelligence.—Turco—Russian hostilities.**

ৰুচিয়া আৰু তুৰুকি এই দুই দেসৰ ৰন এই ৰুপে হৈছে। তুৰুকিবিলাকে বামত অনেক বাৰ ৰুচিয়াক জই কৰিলে হই; কিন্তু ব্লাক সাগৰত ৰুচিয়াবিলাকে তুৰুকিৰ অনেক জাহাজ নষ্ট কৰিলে, আৰু কেতবোৰক বন্দিয়াৰকৈ ধৰি নিলে।

ইংলণ্ড আৰু ফ্ৰান্সে এতিয়ালৈকে ৰুচিয়াৰ অহিতে জুধ কৰিবলৈ ওলোআ নাই, কিন্তু পাচৰ ডাকত এই দুই দেসে তুৰুকিৰ ফলিয়া হৈ ৰুচিয়াৰ অহিতে জুধ কৰিব বুলি সুনিচোঁ।

পাৰ্চিৰ স্যাহ্ বাদস্যাই ৰুচিয়াৰ ফলিয়া হৈ তুৰুকিৰ অহিতে জুধ ধৰিব বুলি কৈছে।

ৰুচিয়া দেসৰ কটকিএ কাবোল আৰু বখৰা দেসলৈ গৈ দোস্ত মহমদ কাবোলৰ আমিৰক কম্পানিৰ অহিতে উঠিবলৈ উদগাইছে। কাৰন দোস্ মহমদে কাবোলৰ ফালে উঠি-

লে, ইংলণ্ডৰ যি ফৌজৰ ৰুচিয়াৰ অহিতে পঠাব খোজে, সেইবোৰ ফৌজৰ পঞ্জাৰ বা-হিৰলৈ পঠাব। তাতে ইংলণ্ডে তুৰুকিৰ সহাই হব খোজাৰিব।

ওপৰৰ কথা লিখোঁতেই আমি তলত এই ৰূপে লিখা কথা পাইচোঁ।

আৰু বম্বাই সম্বাদ পত্ৰত লিখিছে, বোলে, সেই খন চাইত, পাৰ্চিএ সৈতে ৰণ হোআৰ কথাকেহে সকলো কালে কই। জাহাজি বমুআ আৰু পদাতি সেনা সকলো ৰণলৈ জাবৰ কাৰণে জুগুত হৈ আছে। এখান বমুআ জাহাজ ইয়াৰ আগেএ গল্ফ্ নামে এক ৰনৰ ঠাইলৈ গল, আৰু অতি সোন কালে বুস্যায়ালৈ জাবৰ নিমিত্তে ফৌজ গোট খাই আছে। তিহিৰানত থকা ইংৰাজি ৰেচিদেণ্ট চাহাবে সেই ঠাই এৰি জাবলৈ জুগুত হৈ আছে, আৰু উঁওৰ নিচান নমোআ হল। তুৰুকিৰ অধিকাৰো জাবলৈ খৰিছে। ইয়াকে ৰুচিয়াৰ আলচৰ দোআ-ৰাই কৰা হল। পাৰ্চিৰ চাৰি হেজাৰ সৈন্য বুস্যায়ালৈ গল। বাগদাদ আৰু বচৰাহ এই দুই চুলতানৰ ঠাইলৈ স্যাহ বাদস্যাৰ ফৌজ গৈছে। আৰু পাৰ্চিৰ এতাম সেনাই হিৰাট-লৈ গৈ ৰুচিয়াই সৈতে লগ হব খুজিছে; আৰু বম্বাই পত্ৰত এই ৰূপে কৈছে, বোলে, তিনি জন ৰুচিয়াৰ প্ৰধান লোক কান্দাহা-ৰত থাকি তাৰ কোঁঅৰে সৈতে সদাই কথা বাত্ৰা হৈছে, আৰু সিবিলাকৰ সৰহ ধনো আছে। কান্দাহাৰ মানুহে বুলিছে, জাৰ কালিৰ পাচত পাৰ্চি আৰু ৰুচিয়াৰ সৈন্য বলান পাচ নামে ঠাইলৈ জাব।

সেলহি গেজেটে কৈছে, আফ্ৰিদি লোকে পৰ্ব্ব-তৰ দোআৰাই বলান নামেৰে যি বাট তাক ৰাখিলে। পাৰ্চিএ ৰুচিয়াৰ লগ হৈ তুৰুকি আৰু ইংলণ্ডৰ অহিত ন হব বুলি একো সংসই নাই, এই হেতুকে এই ঘোৰ জুধ নিচয়ে হব।



## থেহ দেসৰ ৰণ।

**The War in China.**

থেহ দেসৰ আগৰ বাত্ৰা এই ৰূপ আহিছে, বোলে, ৰাজ দ্ৰোহিয়াবিলাকে জই কৰি কৰি ফুৰিছে, আৰু কি জানি পেকিন নামে ৰাজ নগৰো এতিয়া লব পাই।

আন এক পত্ৰত আমি সুনিচোঁ, বোলে, ৰাজ দ্ৰোহিয়াবিলাক খ্ৰিষ্টিয়ান, আৰু নিৰাকাৰ পৰম ইশ্বৰক সিবিলাকে দিনে দিনে আৰু ভোজনৰ সময়তো সেৱা কৰে। সিবিলাকৰ খোআ বস্তু অধিক আৰু কাপৰো সৰহ আছে। সিহঁতে কানি, ধঁপাত, ফটিকা, এইবোৰ বস্তু নে খাই। আৰু চোৰ আদি বেস্যা কৰমো ন কৰে।

সিবিলাকৰ বমুআ সেনাবিলাকেও খোআ পিন্ধাত বাহিৰে একো মহিনা ন লই।

সেনাবোৰে আপোনাৰ নিমিত্তে একো বস্তু ন লই, জদি কোনোএ কিবা বস্তু পাই, তেতি-খনে ৰাজ ভঁৰালত সুমাই দিএ। এই ৰূপে সিহঁতৰ অসংখ্য ধন হৈছে; আৰু সেই ধনেৰে সৈন্তে ৰণৰ কৰমো চলাই।

মানুহবোৰে আপোন আপোন তিৰোতাৰে সৈতে ৰৈ থাকে। সিবিলাকৰ মাইকিবোৰে একে লগে নগৰৰ একালে থাকে, আৰু কোনো মানুহ তালৈ ৰৈ জাই, গলে প্ৰান দণ্ডৰ আগ্যা হই। মতা মানুহ আৰু মাইকি মানুহ এই কাৰণে বেলেগ হৈ থাকে। জেতিয়া সিবি-লাকে কোআংচিৰ পৰা নানকিঙ্গলৈ জাত্ৰা কৰি গৈছিল, তেতিয়া মাইকিবোৰেও মতাৰ ওচৰত থাকি ৰৱ সাহেৰে জুধ কৰিছিল। কিন্তু জেতিয়া সিবিলাক নানকিঙ্গ পালেগৈ, তেতিয়া মতাৰ পৰা মাইকি বেলেগ হল; কিয়নো তেতিয়া মাইকিএ ৰণ কৰিবৰ একো কাৰন নাচিল। সেই কাৰনে মাইকিবোৰে বেলেগ হৈ থাকি সিহঁতৰ অনেক অনেক কৰম কৰি থাকে, আৰু কেতখনি কাল সিহঁতে লিখা পঢ়া সিকে, সিহঁতৰ ২৫ জনিৰ ওপৰত এজনি মাইকি ওজা থাকে। কিন্তু মুনিহ মানুহবোৰে এতিয়া ৰণ আদিৰ কৰম চলাই থাকে, আৰু জেতিয়া

সেন জিনি লব, তেতিয়া সিবিলাকে আপোন আপোন তিৰোতাক আকও চপাই লব। প্ৰতি মানুহ আৰু মাইকিৰ নাম ৰেজিষ্টৰ কৰা হল, এই নিমিত্তে জেতিয়া ৰন যুধ কৰি এঁটাব, তেতিয়া প্ৰতি জনে নিজ নিজ তিৰোতা পাবলৈ কোনো দুখ ন হব।

A goldsmith's trick.

হৰকাৰা নামে পত্ৰত এই কথা প্ৰকাস কৰিচে; এজন ধনৱন্ত মানুহে এটা সোনাৰিক আপোনাৰ নিমিত্তে সোনৰ পুতলা এটা গঢ়াবলৈ দিলে, আৰু সি পুতলা গঢ়াওতে সোনাৰিএ সোন চুৰ কৰে বুলি তাৰ ওচৰত ৰখিয়াও থলে। কিন্তু সোনাৰিএ ৰাতি আপোনাৰ ঘৰলৈ জাবৰ নিমিত্তে বিদাই পালে; তাতে সি ৰাতিএই চলুআ সোনেৰে আন এটা পুতলা স্বৰূপ সোনৰ পুতলাৰ দৰে কৰিলে, আৰু তাকে এটা পুখুৰিত পেলাই থলে। পাচে জেতিয়া সুধ সোনাৰ পুতলাটো কৰা হল, তেতিয়া মূৰ্ত্তিৰ প্ৰথম পুজা মই কৰিম বুলি সোনাৰিএ গৰাকিৰ আগ্যা মাগিলে; তাতে সোনাৰিক প্ৰথম পুজা কৰিবলৈ আগ্যা কৰাত সি সুধ সোনৰ মূৰ্ত্তি লৈ চলুআ সোনৰ মূৰ্ত্তি জি পুখুৰিত পেলাই থৈচিল, তাত্তে নামি সুধ সোনৰ মূৰ্ত্তিটো পানিৰ তলত লুকাই ৰাখি ভাঁজ দিয়া সোনৰ পুতলাটো উলিয়াই আনি গৰাকিক দি, ভাল সোনৰটো সোনাৰিএ আপোনাৰ ঘৰলৈ লৈ গল।

---

## বাঘৰ পৰা ৰখ্যা পোৱা।

Escape from a Tiger.

শ্ৰীযুত মেজৰ ৰেহুচ ডিপুটি কমিস্যনৰ চাহাবে বাঘৰ পৰা অতি আচৰিত ৰূপে ৰখ্যা পালে। তেঁও চিকাৰ কৰিবলৈ জোআত এটা বাঘে হাঁতিৰ সুঁৰে দি বগাই মুৰলৈকে উঠিল, আৰু চাহাবৰ হিলৈত ধৰি বগৰাই দিলে। পাচে হাঁতিএ বাঘ আৰু চাহাবক ওপৰৰ পৰা মাটিলৈ পেলাই দিলত চাহাব কিছু বেলি দুখ পাই অচেতন হৈ আচিল; পাচে চেতন পাই আপোনাৰ গাত একো দুখ জেন নে পালে, কিন্তু হাঁতি আৰু বাঘ তাৰ পৰা পলাই গল।

Cholera at Mymensing.

ভাটিৰ মইমনচিং জিলাত অতিসই ৰূপে মাউৰ হৈ দিনে দিনে অনেক মানুহ মৰাত, সু সঙ্গ অধিপতি শ্ৰীজুত মহা ৰজা বিশ্বনাথ ৰাহাদুৰৰ অধিনত দেৱানিৰ কৰ্ম্ম কৰোঁতা শ্ৰীজুত ৰামচৰন মজুমদাৰৰ ঘৰতো মাউৰ লাগি তালেটি মানুহ মৰিচিল; এনেতে এটা সন্যাসি আহি সেই মজুমদাৰৰ ঘৰত সোমালত, মজুমদাৰে মানুহ ৰৰকৈ মৰা দেখি ভই পাই, সন্যাসিত কলে, বোলে, তুমি জদি কোনো পুজা কৰি আমাৰ এই মাউৰৰ ভই গুচাব পাৰা, তেন্তে তোমাৰ অনেক লাভ হব, আৰু নামো থাকিব, মান্যো পাবা। তাতে সন্যাসিএ ভই গুচাম বুলি গাত লৈ, পুজালৈ সকলো বস্তু আনিব দিলে, আৰু বলি দিবলৈ এটা বান্দৰ খুজিলে। মজুমদাৰেও কোআ ৰূপে সকলো বস্তু দিলে নি, কিন্তু বান্দৰ বিচাৰি নে পাই আপোনাৰ জি পোহনিয়া একেটা বান্দৰ আচিল তাকে দিলে। পাচে সন্যাসিএ বান্দৰকো বলি দি অতি আডম্বৰ ৰূপে পুজা কৰিলে, তথাপি মাউৰ গুচক চাৰি আগতকৈ বাৰ্হিলহে; পাচ দিনা মজুমদাৰৰ ঘৰৰে অনেকটি মানুহ মৰাত সেই ভাণ্ডক সন্যাসি ৰাতি পলাই গুচি গল।

কামৰূপৰ টেপুৰিপ্ৰিয়া নামে এজনি বামুনিএ কোনো কাৰনৰ নিমিত্তে কিছু দিন ভোটৰ মাজৰ দেসত আচিলে গৈ। পাচে আপোনাৰ স্বামিএকৰ আৰ্জ্জিত অনেক ৰূপ, সোন, অলঙ্কাৰ আদি সম্পত্তি লৈ লগত তিনটা মানুহে সৈতে আপোনাৰ দেসলৈ আহোঁতে, কোচ বেহাৰৰ অধিনৰ জল জলি গাৱত থাকোঁতা আবদুলহক মুনচিএ বাটৰ মাজত পাই, ৰূপ, সোন থকা জেন জানি তাৰ ঘৰলৈ ধৰি নি, সকলো ৰূপ, সোন, অলঙ্কাৰ থনি কাঢ়ি ললে, আৰু লগৰ মানুহ তিনটাৰ এটা কতৰাত মাৰিলে, দুটা পলাই সাৰিল। বামুনিক তাৰ ভিতৰলৈ সুমাই নি জাতি নষ্ট কৰি, কুকুৰাৰ কনি মঙহ খুআই তিনি মাহলৈকে দিনে ৰাতিএ বান্ধি ৰাখিচিল; পাচে বামুনিএ কেনেবাকৈ তাৰ পৰা পলাই আহি, কোচ বেহাৰ জিলাৰ বিচাৰ পতিৰ আ-

গত এই সকলো কথা জনোআত বিচাৰ পতিএ সোধ পোচ কৰি, মুনচিৰ ঘৰৰ আৰু তাৰ ওচৰৰো ৩৫ জন সাখিৰ দোআৰাই মুনচিএ সেই অপৰাধ কৰা সুন্দৰ ৰূপে প্ৰমান হোৱাত, মুনচিক ধৰি নি তিন দিন কাটেকত থৈ, চাই দিনৰ দিনা জামিন দি মুকলি হল। বিবেচনা কৰি চাওক, সেই জিলাৰ বিচাৰ পতি সকল এনে মৰমিয়াল, তেনে প্ৰধান জাৰতো দণ্ড ন কৰি মুকলি কৰে। বিসেস সেই মুনচি বৰ ধনৱন্ত লোক, ধনৱন্ত লোকে অপৰাধ কৰিলেও প্ৰাই দণ্ড নে পাই। পাচে কিছু দিনৰ মূৰত মোকৰ্দমাটি সদৰ খাৰিজ কৰিলে।

পৰে ৰামুনিএ মোকৰ্দমা প্ৰমান দেখি আপিল কৰিব খোজাত ফৌজদাৰি চিৰস্তাদাৰে অ্যালচ কৰি অনেক উপাই দেখাই ৰামুনিক আপোনাৰ ঘৰলৈ নি ৬।৭ মাহলৈকে ৰাহিৰলৈ ওলাব নি দিয়াকৈ ৰাখিলে। ৰামুনি অনাথ আৰু ধন হিন, কি কৰিব? বিচুৰ্তি হল, কোনো মতে আকও ৰামুনি ভোটৰ মাজৰ দেসলৈকে গুচি গল।

Census of Mysore.

১৮৫২ সঁকত মৈচুৰ প্ৰদেসৰ পিয়ল কৰাত মানুহৰ এই সংখ্যা পালে।

| | মতা | মাইকি |
|---|---|---|
| ১২ বচৰতকৈ সৰু | ৬,৩৩,৭৬৯ | ৫২৯,৬০৭ |
| ১২ বচৰতকৈ ডাঙৰ | ১১,৮০,৫৬৫ | ১০,৬৬,৪৪১ |
| | ১৮,১৪,৩৩৪ | ১৫,৯৬,০৪৮ |

মুঠে ৩৪,১০,৩৮২ মানুহ।

Hoogly River.

হুগলি নদিএ দি কলিকতালৈ জাহাজবোৰ আহে, কিন্তু পানি তাকৰ হোআত কেতিয়াবা কেতিয়াবা বালিত লাগি থাকে। আৰু ব্ৰহ্মপুত্ৰৰ নিচিনা তাৰ সোঁত বচৰি বচৰি বালি খহাই আন ঠাইত পেলাই নতুন সুঁতিবোৰত জাই। ক্ৰমেৰে সেই নদি তৰাম হৈ জোআত আৰু অলপ বচৰৰ পাচে জাহাজ আহিবও নোআৰে, মানুহবিলাকে এনে ভই কৰে। মতলা নামে আন এখান বৰ সুঁতি কলিকতাৰ ওচৰত আছে; তাৰ মহলা নৰলৈ নৰ্ড চাহাবে আগ্যা কৰাত তাৰ পানি কিমান দ, কিমান বহল, ইয়াৰ জোখ লৈছে। মতলাৰ মুখত পুবৰ, পচিমৰ, এনে দুই সুঁতি আছে। পুবৰ সুঁতিত ১৮ হাততকৈ তৰাম পানি কতো নে পালে, আৰু তাতো জোআৰ উঠিলে ২৮ হাত দ পানি হৈছে। তাৰ বহল ৫ মাইল প্ৰাই ব্ৰহ্মপুত্ৰৰ সমান ডাঙৰ। পচিম সুঁতি, ইয়াতকৈ ঠেক, কিন্তু দ। তাতে পানি ২০ হাততকৈ কেতিয়াও কম ন হই। কলিকতাৰ পৰা ২৫ মাইলৰ অন্তৰত থকা মাটি গাঁৱলৈকে অতি ডাঙৰ জাহাজ জাব পাৰে। তাৰ পাচে বোকাৰ কাৰনে নদি কিছু তৰাম, তথাপি মজলিয়া জাহাজে তাতো উজাই তাৰ্দা গাঁৱলৈ ১০ মাইল জাব পাৰে। তাৰ্দা গাঁৱৰ পৰা কলিকতালৈ তলি নলা নামে নাও জাবৰ নিমিত্তে এটা খনা গৈছে; তাক কিছু বহল কৰিলে জাহাজো জাব পাৰিব।

ফেব্ৰুআৰিৰ ২ তাৰিখে কলিকতাত কোনো এটা মানুহে বৰ এঁঠাৰে পাখি কৰি আকাসলৈ উৰি জাম বুলি কোআত স স মানুহে সেই দৰ্সন চাবৰ কাৰনে গোট খালে, কিন্তু পাচে মিচা হলত সকলো মানুহ লাজত পৰিল।

লণ্ডন মিস্যনেৰি সমাজৰ দোআৰাই কলিকতাত এটা নতুন বিদ্যালই থাপনা কৰা হৈছে; তাৰ ভিতৰত ৯০০ চাত্ৰ পঢ়িব বুলি আনিছে

---

## এট্‌না পৰ্বতৰ বিৱৰন।

An account of Mount Ætna.

জি পৰ্বতৰ ওখ টিঙত গাঁত থাকে, আৰু তাৰ পৰা ধুঁআ, অগ্নি সিখা, আৰু পগোআ তপত ধাতুবিলাক বৰ প্ৰচণ্ড বেগেৰে ঊৰ্ধে উঠি বৈ জাই, এনে পৰ্বতকে অগ্নি পৰ্বত বোলে। ইউৰপৰ চিচিলি উপদিপত এটনা নামেৰে এনে এটা প্ৰধান পৰ্বত আছে। অনেক বচৰ গল অতি প্ৰচণ্ড মতে এনে এক বিদিৰ্ন সেই পৰ্বতৰ পৰা ঘটিচিল, পোৰা বস্তুবিলাক আৰু তাৰ এদাৰ, চাই, পৰ্বতৰ চাৰিও ফালে চালি সকলো গাঁও নষ্ট কৰিচিল। ওচৰত থকা নিবাসি লোকে আপোন আপোন প্ৰান

ৰাখিবৰ কাৰনে বহু মুল্য দ্রব্যবিলাক বোকোচা বান্ধি লৈ লৈ পলাইছিল। সম্পাতিলৈ এনে সাৱধান হোঅা মানুহৰ মাজত আনাপিয়চ, আৰু আম্ফিনোমচ নামে দুজন ডেকা মানুহে আপোন আপোন পিঠিত বেলেগ এবিধ বস্তু কৰ্হিয়াই নিছিল। সিবিলাকে নো কি নিছিল? সিবিলাকে আপোন বৃদ্ধ পিতাকক জি কোনো প্রকাৰে সেই আপদৰ পৰা ৰখ্যা নে পালেহেঁতেন, এনে পিতাকক নিছিল।

এই ডেকা মানুহ দুজনৰ আচৰন অতি প্রসংসাৰ কাৰন হল। কিয়নো সিবিলাকে জি বাটে দি পিতাকক লৈ গৈছিল, সেই কালে জুইৰে একো ডেৰা বা পোৰা ন গল, কিন্তু আন চাৰিও ফালে সকলো বস্তু গচ গচনি পুৰি ভেই গল। সেই লোক সকল জিবিলাক অগিয়ানি আছিল, তথাপি কি ভাল কি বেয়া তাক বুজিব পাৰিছিল, এনে লোক সকলে এই বিস্বাস কৰিলে জে, এই ডেকা মানুহ দুজনৰ সুকৰমৰ কাৰনে পৰম ইশ্বৰৰ দোআৰাই আচৰিত ৰূপে সেই ভুমি ৰখ্যা কৰা হল। তাতে সিবিলাকে সেই খেত্রৰ নাম ধৰমিৰ খেত্র দিলে

ৰ.

## অচমিয়া ভাসা।

**On the Assamese Language.**

এতিয়া আমি অচমিয়া ভাসাৰ বিসয়ে প্রস্তাৱ কৰোঁ, ভাৰত বৰ্সত জিমান চলিত ভাসা আছে তাৰ প্রাই আটায়েই সংস্কৃত ভাসাৰ ঠাল, অৰ্থাত সকলোৰে সংস্কৃত ভাসা মুল। আৰু অচমিয়া ভাসাও ইবিলাকৰ নিচিনা সংস্কৃতৰ এটা ঠাল। কিন্তু অনেক লোকে সংস্কৃতনো অচমিয়া ভাসাৰ কেনেকৈ মুল হই তাক বুঝিব পাৰে, এতেকে আমি তাক ভাঙ্গি কওঁ।

সংস্কৃত অতি প্রাচিন আৰু উৎকৃষ্ট ভাসা, অতি পুৰনি কালৰে পৰা প্রধান প্রধান পণ্ডিত সকলে এই ভাসাৰে নানা বিসয়ক পুথি লিখি, ইয়াক প্রিথিবিৰ মাজত এক অপুৰ্ব আৰু বিত্তোপন ভাসা কৰিছে। এনে অতিপ্রাই বা বস্তু এই নাই জে ইয়াত সুন্দৰে প্রকাসিব নোআৰি; এই ভাসাত এনে একোখন সুন্দৰ সুন্দৰ পুথি আছে জে তাক পৰ্হিলে মন প্রফুল আৰু গিয়ান উদই হই। অঙ্ক, জ্যোতিস, সাহিত্য সাস্ত্রৰ পুথি ইয়াত অনেক আছে। সুনা গৈছে পুৰনি গ্রিক দেসৰ লোক সকলে ভাৰত বৰ্সৰ পৰ জ্যোতিস আৰু অঙ্ক বিদ্যা বিসয়ক অনেক কথা নিছে। পদ্য ৰচনাত সংস্কৃত ভাসা অতি অপুৰ্ব, মহাত্মা সৰ উলিয়ম জোন্‌স্‌ চাহাবে সংস্কৃত ভাসাৰ পদ্যৰ পুথি পৰ্হি পৰম হৰ্স পাই ইয়াক এক আচৰিত আৰু বিত্তোপন ভাসা বুলি কৈছে। সংস্কৃত কবি সকলে আদি ৰস, করুনা ৰস, হাস্য ৰস, সান্তি ৰস, বিৰ ৰস, অদ্ভুত ৰস সকলোকে সুন্দৰ ৰূপে বৰ্ননা কৰিব পাৰিছিল। কিন্তু আদি আৰু সান্তি ৰসত বিসেস পাৰ্গত আছিল। পদ্য ৰচনাত কবি সকলে জেনে নিপুনতা দেখুৱাই গৈছে তাক লিখা অত্যন্ত বিস্তৰ, এতেকে তাক এৰিলোঁ। সংস্কৃত ভাসাত পদ পুথি সৰহ গদ্য পুথি তাকৰ।

ভাৰত বৰ্সৰ পণ্ডিত সকলে সংস্কৃতক "দেৱভাসা" বুলি কই, আৰু এতেকে ইয়াৰ লোক সকলে আগৰ কালত ইয়াৰে কথা বাত্রা কৈছিল আৰু পুথি লিখিছিল বুলি জনা জাই; কিন্তু এতিয়া ই কথা বাত্রা কোআত বেৱহাৰ নাই, কেৱল পৰ্হাতহে বেৱহাৰ আছে। ইউৰপৰ পণ্ডিত সকলে লিখিছে, সংস্কৃত ভাস ইৰান নামে এক দেসৰ লোক সকলৰ ভাসা আছিল, সিহঁতেই মাজে মাজে ভাৰত বৰ্স জাৰ্মানি, গ্রিক, ৰোম প্রভৃতি দেসলৈ গৈ বাস কৰি এই ভাসা প্রচাৰ কৰিলে। কিন্তু এতিয়া এই সকলো এনে বেলেগ হৈছে গুৰিত একে ভাসা থকা বুলিবই নোআৰি। সেই সকল লোকৰ সন্তান সন্ততি ক্রমে বাৰ্হিলত নানা ঠাইলৈ গৈ নানা বিধ ভাসা সৃস্টি কৰিলে। অৰ্থাত হিন্দুস্থানি বঙ্গালি, অচমিয়া উৰিয়া মহাৰাস্ট্র প্রভৃতি ভাসা কৰিলে। সংস্কৃত ভাসা সিকাত আমাৰ পখ্যে অনেক উপকাৰ হই। ইয়াক সিকিলে পুৰ্ব কালৰ হিন্দু সকলৰ ধৰম, নিতি, আচাৰ বেৱহাৰ জানিব পাৰি, আৰু অচমিয়া ভাসা-

জো সুঅৰি কৰিব পাৰি, কিয়নো ই তাৰ ঠাল। অচমিয়া ভাসাও সংস্ক্ৰিতৰ এটা ঠাল ইয়াক ভিন্নসময়ে জনা গল। এতেকে তাৰ কথা কিচুমান লিখোঁ। অচমিয়া ভাসা এতিয়া এনে দুৰৱস্থাত আছে জে তাৰ বিসয়ক প্ৰস্তাৱ লিখা আমাৰ নিচিনা অদুৰদসি মানুহৰ সমক্তে অতি কঠিন। কোনো কোনো লোকে এনে ভাবিৰও পাৰে অচমিয়া ভাসা বঙ্গালি ভাসাৰ পৰা ওলাইচে। কিন্তু এনে চিন্তা কৰা অতি অমুলক। সিইত দুইৰো পৰস্পাৰ জি মিল আচে সি কেৱল দুইও সংস্ক্ৰিতৰ ঠাল হোআ দেখিহে হৈচে, নতুবা আন কাৰন নাই। অকল বঙ্গালিও ন হই, সংস্ক্ৰিতৰ জি আন এটা ঠাল উৰিয়া ভাসা, সি বঙ্গাল দেসৰো সিফাল অচম দেসৰ পৰাও অনেক দুৰৈ, তাৰো সৰহ কথা অচমিয়াই সৈতে মিলে। জি সকল কথা তলত লিখা গল, সি বঙ্গালিতকৈও উৰিয়াই সৈতে বেচি সমন্ধ ৰাখে। ইয়াত জি সকল বঙ্গালি কথাৰ দিস্টান্ত লিখা গল, সি প্ৰাই কলিকতাৰ কালবহে। জদি অচমিয়াক বঙ্গালি ভাসাৰ পৰা ওলোআ কোনো লোকে কই, তেন্তে এই সকল কথাৰ মিল দেখি উৰিয়াৰ পৰাও ওলোআ বুলিব পাৰি। জদি কোনোএ কই, বঙ্গাল দেস অচম দেসৰ ওচৰ, এতেকে তাৰ পৰা ওলোআহে সম্ভও হই, তাত আমাৰ উত্তৰ এই, সি কথা অতি অমুলক, অচমিয়া ভাসা সংস্ক্ৰিতৰ ঠাল হোআৰ নিমিত্তে তাৰ আন আন ঠালে সৈতে অৱস্যে মিল থাকিব। অচম দেসৰ চাৰিও ফালে পৰ্বতিয়া জাতিবিলাক থকাৰ নিমিত্তে সিইতৰো অনেক কথা ইয়াত সোমাইচে। বিসেসকৈ আহোমে অচম দেসক জই কৰি লোআত হেজাৰে হেজাৰে আহোমবিলাক আপোন দেসৰ পৰা আহিলত সিইতৰো অনেক কথা অচমিয়াৰ মাজত সোমাইচে। সিইত আহিবৰ দিনৰে পৰা অচমিয়া কথাৰ উচাৰনৰো অনেক বিক্ৰিতি পালে।

অচমিয়া আৰু উৰিয়া কথাৰ মাজত জিবিলাক ইটে সিটে মিল আছে, তাৰ গোটীচাৰেক লিখা গৈচে।

| অচমিয়া | উৰিয়া | বঙ্গালি |
|---|---|---|
| গচ | গচ | গাচ |
| পুখুৰি | পুখুৰি | পুকুৰ, পুষ্কৰ্নি |
| ঔ (টেঙ্গা) | ঔ | চাল্‌তে |
| পিন্ধি | পিন্ধি | পৰে |
| খৰ | খৰা | ৰদ্দুৰ |
| বুলিলে | বুলিলে | বল্‌লে |
| তল | তল | তলায় নিচে |
| কেৰেলা | কলৰা | উচ্ছে |
| বাট | বাট | পথ ৰাস্তা |
| বুলি | বুলি | চলিয়া |
| কৰিলন্ত, | কৰিলন্ত, | কৰিল |
| খাইলন্ত | খাইলন্ত | কল্লে |
| ইত্যাদি | ইত্যাদি | খাইল খেলে |
| খেঁকাৰ | খংকাৰ | গয়েৰ |
| মাই | মাই | মাসি |
| খিয় হই | খিয়া হই | দাঁড়িয়ে |

ক্ৰমসঃ প্ৰকাস্য।

এজন অচমিয়া লোক।

৫ [illegible]ৰুআৰি কলিকতা ১৮৫৪।

## মোচাৰ বিবৰন।

Account of Moses.

অৰুনোদই পৰ্হা সৰু লৰা চোআলিবিলাকে ওপৰত লিখা মোচাৰ কথা বহুত সুনিব পাই; কিয়নো ধৰম সাস্ত্ৰৰ ভিতৰত অনেক অনেক ঠাইত মোচাৰ কথা লিখা আচে। কিন্তু এতিয়া মই তেঁওৰ জনমৰ কিচু কথা সংখেপে লিখিব খোজোঁ।

মোচাৰ জনম মিচৰ দেসত হৈচিল; সেই কালত মিচৰ দেসত ফাৰৌ নামে ৰজা আচিল। কিন্তু য়োচেফৰ দিনত জি ফাৰৌ ৰজা আচিলে, সেই ফাৰৌ ন হই। এই ফাৰৌ ৰজাই য়োচেফক চিনিলে, আৰু মিচৰ দেসলৈ য়োচেফে জি উপকাৰ কৰি তাৰ সকলো প্ৰজাবোৰক মহা আকালৰ পৰা ৰখ্যা কৰিলে, তেঁওৰ এনে উপকাৰো ৰজাই পাহৰিলে। এই নিমিত্তে ইস্ৰাএল লোকক দুখ দিবলৈ ধৰিলে;

আৰু যেতিয়া সিবিলাকৰ সংখ্যা মিচৰ দেশত অধিকাৰৈ বাঢ়িবলৈ ধৰিলে, তেতিয়া মিচৰিয়া লোকে বৈৰেতে সিবিলাকে ৰন যুধ কৰিব বুলি কাৰো বজাই মনত ভই কৰিলে। পাচে ইস্ৰাএল লোকৰ সংখ্যা যেন ক্ৰমেৰে হানি হৈ যাব, এই কাৰণে সিবিলাকৰ মাইকি চোআলিক ৰাখি মতা লৰাবোৰক উপজিলেই বধ কৰিবলৈ আগ্যা কৰিলে। এই ৰূপ আগ্যা শুনি বজাৰ চাউতাৰবোৰে ইস্ৰাএল লোকৰ বহু কেঁচুআ লৰাৰ প্ৰান নষ্ট কৰিলে। যি নিৰ্দয়া বজাই এনে দুষ্ট কৰম কৰিবলৈ আগ্যা দি অনেক লৰাৰ প্ৰান বধ কৰিলে, সেই বজাই তাকে কৰাত বৰ সন্তোস হল, কিন্তু যাৰ সুন্দৰ সন্তান বধ হল, এনে মাক বাপেকৰ মনত কেনে সন্তাপ হৈছিল, তাকে মোৰ প্ৰিয় লৰা চোআলিবিলাকে বুজিব পাৰে। যদি এতিয়াৰ কালত কোনো দুষ্ট নিৰ্দয়া বজা ওলাই তোমোলাকৰ প্ৰান মাৰিবলৈ আগ্যা কৰে, আৰু চাউতাৰবোৰে হাতত অস্ত্ৰ ধৰি তোমোলাকৰ প্ৰিয় পিত্ৰি মাত্ৰিৰ কোলাৰ পৰা তোমোলাকক চিৰি লৈ, সিবিলাকৰ চকুৰ আগতে বধ কৰে, তেতিয়া তোমোলাকৰ পিত্ৰি মাত্ৰিৰ কেনে সন্তাপ হব! এই ৰূপে সেই কালত ইস্ৰাএল লোকৰ মাজত হৈছিল, সিবিলাকৰ মাজত যাৰ যাৰ মতা লৰা উপজিল, সেই আটাইকে বজাই চাউতাৰৰ দোআৰাই বিচাৰি বিচাৰি বধ কৰালে।

এনে কালতে মোচা উপজিল, কিন্তু তেওঁ অতি সুন্দৰ লৰা দেখি মাকে তিনি মাহলৈকে ঘৰত লুকাই ৰাখিছিল। কিন্তু পাচত যেতিয়া আৰু লুকাই ৰাখিব নোআৰিলে, তেতিয়া সেই দুখুনি মাকে হাবিৰ কেতখনি নল আনি তাৰে লৈ আপোন হাতেৰে এটা জঁপা সাজিলে; সে জঁপা সাজি থাকোঁতে দুখুনি মাকে ক্ৰন্দন কৰি কৰি ইশ্বৰলৈ প্ৰাৰ্থনা কৰি থাকিল; পাচে জঁপা সাজি এটাই তাৰ কেন্দু আৰু ধুনা এটাৰে এটালে। তাৰ পাচত ভিতৰত সোমাই এক নিৰ্জান ঠাইত উবুৰি হৈ পৰি অতি বিয়াকুল আৰু তাপ চিত্তেৰে ইশ্বৰলৈ এই প্ৰাৰ্থনা কৰিলে; হে সৰ্বসক্তিমান পৰম ইশ্বৰ, এই দুখুনিৰ কাকুতিলৈ কান পাতোক; এতিয়া মোৰ চেনেহৰ সন্তানটিক তোমাৰ হাতত এৰিচোঁ, যদি ইশ্বৰে মায়া কৰে, তেন্তে এই দুখুনিৰ পুত্ৰাইক কোনো ৰূপে ৰখ্যা কৰিব পাৰে কিয়নো আপোনাৰ আগত কোনো কৰম অসাধ্য নহয়। এই ৰূপে প্ৰাৰ্থনা কৰি আকও বাহিৰলৈ আহিল, আৰু জঁপা মেলি তাৰ ভিতৰত ভালকৈ কাপৰ পাৰিলে তেতিয়া তেওঁৰ অতি চেনেহৰ সন্তানক কোলাত তুলি লৈ পুনৰাই চকুৰ লোএৰে ইশ্বৰলৈ প্ৰাৰ্থনা উচাৰিলে, আৰু অতি বিয়াকুল চিত্তে কান্দি অনেক বাৰ আপোনাৰ প্ৰিয় সন্তানটিৰ গালত চুমা দিলে। তাৰ পাচে জঁপাৰ মুখ মেলি আপোনাৰ সেই চেনেহৰ সোনাটিক তাৰ ভিতৰত শুমালে; আৰু জঁপাৰ মুখ মাৰি তেওঁৰ জিয়েকৰ হাতত লৰাই লৈতে জঁপা দি এই কথা কলে; এই মোৰ সাহৰৰ সোনাটিক লৈ যা আৰু নদিৰ তিৰত থৈ তাতে পৰ দি লৰাৰ কি ঘটে চাই থাকিবি। লৰাক বায়েকৰ হাতত দি আকও ভিতৰলৈ গৈ অতি খেদ চিত্তেৰে ইশ্বৰৰ আগত প্ৰাৰ্থনা কৰিলে।

লৰাৰ বায়েকে এই ৰূপে মাকৰ আগ্যা পাই সৰু কুমলিয়া ভায়েকক জঁপাই লৈতে নাইল নামে নদিৰ তিৰলৈ লৈ গল, আৰু বাটত জাঁওতে জাঁওতে ভায়ো আপোনাৰ চেনেহৰ ভায়েকলৈ কান্দি কান্দি যোআত, চকুৰ পানিৰে বাটকে ভালকৈ দেখা পাব নোআৰিছিল। পাচে নদিৰ তিৰ পাই, পানিৰ কাষত থকা এতোখৰ নলনিৰ ওচৰতে লৰাক থলে, আৰু আপুনি গৰাৰ ওপৰত থিয় হৈ লৰাৰ কি ঘটে তাকে চাই থাকিল। এনে কালত কাৰো বজাৰ দুহিত্ৰিএ আপোনাৰ লিগিৰিবোৰক সঙ্গত লৈ নদিত গা ধুবৰ নিমিত্তে আহিছিল। তাতে ওচৰতে জঁপাৰ ভিতৰৰ পৰা লৰাৰ কান্দোনৰ সবদ শুনি বজাৰ জিএকে এজনি লিগিৰি পঠাই জঁপাটো অনালে; পাচে জঁপা মেলি চাই তাৰ ভিতৰত অতি সুন্দৰ সৰু মোচা লৰাক কান্দি থকা পালে। তেতিয়া অতি সুআমি লৰা দে-

খি ফাৰৌৰ জিএকে তোলনিয়া পো বুলি ললে ।



ৰজাৰ জিএকে মোচাক পোৱাৰ নকচা ।

The finding of Moses.

এনে হলত ওচৰত চাই থকা লৰাৰ বায়েকে লৰি আহি ফাৰৌৰ জিএকত সুধিলে, লৰাক পিয়াহ খুৱাই তুলিবৰ নিমিত্তে মই এজনি ধাইক মাতি আনিম নে? তাতে ৰজাৰ দুহিত্ৰিএ বুলিলে, বাৰু জোৱা, মাতি আনাগৈ । তেতিয়া বায়েক লৰি গৈ লৰাৰ মাককে মাতি আনিলে । পাচে এয়ে লৰাৰ মাক বুলি ৰজাৰ দুহিত্ৰিএ চিনি নে পাই, তেঁওৰ হাততে সৰু মোচাক আধাৰ খুৱাই তেঁওৰ তোলনিয়া পুত্ৰ ভাবে তুলিবলৈ দিলে, আৰু লৰাক তোলাৰ বেচো প্ৰতি মাহে মাকক দিবলৈ প্ৰতিগ্যা কৰিলে ।

এই ৰূপে মাকৰ অত্যান্ত প্ৰাৰ্থনাৰ দোৱাৰাই মোচা লৰা নদিৰ পৰা আৰু ৰজাৰ অস্ত্ৰৰ পৰাও ৰখ্যা পাই আপোন পিত্ৰি মাত্ৰিৰ ঘৰত্তে বহু কাল প্ৰতিপাল হৈ আচিল; সেসত জেতিয়া বয়সিয়া হল, তেতিয়া ফাৰৌ ৰজাৰ জিএকক সোধাই দিয়া হলত, তাতে মিচৰিয়াবিলাকৰ বিদ্যা সিকাই তেঁওক পৰিপাটি কৰিলে । পাচত জেতিয়া তেঁওৰ দু কুৰি বচৰ বয়স হল, তেতিয়া কোনো এক হাবিত ইশ্বৰে দৰ্সন দি মিচৰ দেসত থকা আপোনাৰ ইস্ৰাএল লোকক ফাৰৌৰ হাতৰ পৰা উধাৰ কৰি জি দেস দিম বুলি আব্ৰাহাম আৰু ইচাক আৰু য়াকোবৰ আগত ইশ্বৰে প্ৰতিগ্যা কৰিচিল, সেই কিনান দেসলৈ নিবলৈ তেঁওকে অধিকাৰ পাতিলে ।

তাতে মোচাই ইশ্বৰৰ আদেস পাই ৰজালৈ ভই ন কৰি অনেক আচৰিত কৰমেৰে ইশ্বৰৰ মনোনিত ইস্ৰাএল লোকক বন্দি সালৰ পৰা উধাৰ কৰি মিচৰ দেসৰ পৰা বাজ উলিয়াই নিলে । পাচে মহা অৰন্যৰ মাজত দু কুৰি বচৰলৈ ইস্ৰাএল লোকক জাত্ৰা কৰোৱাই সেসত প্ৰতিগ্যাৰ কিনান দেস পোৱাই দিলে । এই মোচাই চিনই পৰ্বতৰ ওপৰত সিলৰ ফলিত লিখি দিয়া ইশ্বৰৰ দহ আগ্যা পালে, আৰু ধৰম সাস্ত্ৰৰ পুৰনি নিয়মৰ অনেক ভাগ পুথিও ইশ্বৰৰ আদেসেৰে তেঁৱে লিখিলে, তেঁৱে জগতৰ ত্ৰান কৰ্ত্তা প্ৰভু য়িচু খ্ৰিষ্টৰ আগমনৰ ভবিস্যত কথাও কৈ বুজালে ।

হে মোৰ প্ৰিয় লৰা চোৱালিবিলাক, এই মোচাৰ বিবৰন আৰু লিখি তোমোলাকক বুজাওঁতেন, কিন্তু এতিয়া কালে নো জোৰে, আৰু বহুলকৈ লিখিলে, তোমোলাকেও সৰহ কথা মনত ৰাখিব নোৱাৰিবা; এই কাৰনে ইমানতে মোচাৰ কথা লিখিবলৈ এৰিম । কিন্তু সমাপ্তি কৰাৰ আগেয়ে ইয়াৰ কিচু সাৰ কথা কওঁ । এই কথাৰ ভিতৰত দুই কথা ওলাই, প্ৰথম কথা মাকৰ অত্যান্ত প্ৰাৰ্থনা, আৰু দুতিয়, প্ৰাৰ্থনাই নৈতে বিশ্বাস; এই দুই কথাৰ নিমিত্তে ইশ্বৰে অকল লৰাৰ প্ৰান মাথোন ৰাখিলে এনে ন হই, কিন্তু তেঁওক ফাৰৌ ৰজাৰ জিএকৰ তোলনিয়া পুত্ৰও কৰিলে; আৰু তাত বাহিৰে আপোনাৰ ইস্ৰাএল লোকৰ ওপৰত অধিকাৰ আৰু মহা ভবিস্যত বক্তাও কৰি দিলে । মোচাৰ মাকে সৰ্বসক্তিমন্ত ইশ্বৰত দ্ৰিঢ বিশ্বাস কৰি দুখৰ কালত নিৰ্বলি মানুহৰ আস্ৰই ন লৈ তেঁওৰ সক্তিত ভাৰসা বান্ধি প্ৰাৰ্থনা কৰাত ইশ্বৰেও তেঁওৰ পুত্ৰক ৰজাৰ হাতৰ পৰা ৰখ্যা কৰি সকলো লোকৰ

আগত সেই দুখুনি তিৰোতাৰ বিশ্বাস আৰু প্ৰাৰ্থনাৰ ফল দিলে, আৰু তেঁওৰ ইচাতকৈও অধিক অনুগ্ৰহ দান কৰিলে। এই ৰূপে মোৰ প্ৰিয়বিলাকেও আপোনাৰ দুখৰ কালত ইশ্বৰৰ সক্তিত বিশ্বাস কৰি প্ৰাৰ্থনা কৰা, তাতে তেঁও তোমোলাকক উধাৰ কৰিব । কিন্তু প্ৰাৰ্থনা কৰাৰ আগেয়ে এই কথাটি মনত ৰাখিবা। ইশ্বৰে পাপি লোকৰ কথা নু সুনে, কিন্তু জি-বিলাকে আপোনাকে ঘোৰ পাতকি হেন জানি তেঁওৰ পৰিত্ৰানত ভাৰসা ৰাখে, আৰু তেঁওৰ আগত আপোনাকে নম্ৰ কৰে, এনেবিলাকৰহে প্ৰাৰ্থনা ইশ্বৰে সুনে। এই ৰূপে তোমোলাকেও কৰ. ।

ন. ল. ফ.

## আৰাম স্যাৰ আখ্যান ।

Aram Shah.

কুতুব উদিনৰ পুত্ৰ আৰাম স্যাহ আপোন পিত্ৰি মৰাৰ পাচে সিংহাসনত বহিল, কিন্তু তেঁওৰ দুৰ্বল সক্তিৰ কাৰনে ৰাজ্যৰ নানা ঠাইত নানা উত্পাত আৰু বধ ওলাবলৈ ধৰিলে । কুতুব উদিনৰ সেনাপতিবিলাকে অনেক অনেক ৰাজ্য আপোন আপোন নামে গ্ৰাস কৰিলে, তাতে প্ৰাই ৰাজ্যৰ নাস হবলৈ ধৰিলে। সেই কালত প্ৰধান ওমৰাওবিলাক একে লগ হৈ এক মহা সভা পাতিলে, আৰু কুতুব উদিনৰ তোলনিয়া পুত্ৰ ইলতমস্যক সিংহাসনত তুলিবলৈ ইচা কৰিলে । তাতে আৰামৰ সহিত ইলতমস্যৰ ঘোৰ যুধ হোআত আৰাম মৰা পৰিল ।

## ইলতমস্যৰ আখ্যান ।

Shemus Uddin Iltomush.

ইলতমস্য সিংহাসনত উঠিলতে অনেক সত্ৰু সেনাপতিবোৰৰ লগত যুধ কৰি সিই-তক নষ্ট কৰি পুনৰাই দেস সুস্থিৰ কৰিলে। ১২২১ সঁকত মুৰ্গীগিয়া জলাল উদিনে মহা খাঁৰ পৰা হিন্দুস্থানলৈ পলাই আহিল। ইলতমস্যে সৈন্য লৈতে গৈ পুনৰাই তেঁওক সিন্ধু নদিৰ ফিৰলৈ খেদালে। ইয়াৰ চাৰি বছৰৰ পাচে ইলতমস্যে এই বঙ্গাল ভুমিলৈ আহিল, আৰু আপোনাৰ নাম মোহৰ মাৰিলে; আৰু আ-পোন পুত্ৰ নাচেৰক বঙ্গাল দেসৰ অধিপতি আৰু গয়াচ উদিনক বেহাৰৰ অধিকাৰ পা-তিলে। তাৰ পাচে সেই দুয়ো জনৰ মাজত বৰ ওসালত নাচেৰ জই হল, আৰু বেহাৰৰ লুটৰ পৰা দিলি নগৰত থকা আপোন গিয়াতি বন্ধুৰ ঠাইলৈ বহু বস্তু পঠালে। ইলতমস্যে আপোনাৰ ৰাজ্য বঢ়াবৰ জতন কৰি থাকোঁ-তেই ১২২৫ সঁকত মুলতানৰ ৰাজ্যৰ ওপৰত আক্ৰমন কৰিলে, আৰু অলপ বেলি যুধ কৰাৰ পাচে সেই ৰাজ্যক আপোনৰ ৰাজ্যে সৈতে মিলালে।

Conquers Guallor and Ujain.

সেই কালত বাদস্যাৰ ঠাইলৈ আৰব দেসৰ পৰা মহা প্ৰতাপি তাৰে কালিফৰ এক কটকি আহিল, আৰু তেঁরে আপোনাৰ অধিকাৰে পঠোআ ৰাজ বস্ত্ৰ আনিলে । তাতে বাদস্যাই এক উত্চৱৰ কালত সেই বস্ত্ৰ পিন্ধিচিল। সেই বচৰত বঙ্গাল দেসৰ অধিপতি আপোনাৰ পুত্ৰ মৰন হোআৰ বাত্ৰা পালে। পাচে তেঁও দুতিয় বাৰ বঙ্গাল দেসলৈ আহিল, আৰু আ-পোনাৰ সৰু পুতেকৰ হাতত তাৰ পদ সমৰ্পন কৰিলে। ৰাজ্যৰ উত্পাত হোআত গৱ গোআ-লিয়ৰ হিন্দু ৰজাবিলাকৰ হাতত পৰিচিল। তা-তে ইলতমস্যে এক বচৰলৈকে সেই গৱ বেৰা দি থকাত ৰখিয়াবিলাকে অনুপাই দেখি তেঁওৰ হাতত সেই গৱ সমৰ্পন কৰিলে। এই ঠাই আপোনাৰ অধিন কৰাৰ পাচে তেঁও মাল্‌ৱ দেসলৈ গল, আৰু নৰ্মদা নদিৰ তিৰত থকা পুৰনি উজয়নি নগৰ ললে। আৰু মহা কালিৰ অতি সুখিয়াতি আৰু সুভাগ্য যুক্ত মন্দিৰ নষ্ট কৰিলে । সেই মন্দিৰ সোমনাথ মন্দিৰৰ অনুসাৰে গঁথা হৈচিল; তাক গাঁথোতে তিনি-স বচৰ লাগিল, আৰু তাৰ চাৰিও কালৰ গৱৰ দেৱাল এস হাত ওখ আচিল । সেই নগৰত মহা ৰজা বিক্ৰমাদিত্যৰ আৰু মহা কালিৰ জি সিলৰ মুৰ্ত্তি আচিল, সেই দুই মুৰ্ত্তি তেঁও দিলিলৈ লৈ গৈ প্ৰধান মচিদৰ দুআৰৰ তলত দুআৰ ডলি কৰি ৰাখিলে ।

এই যুধৰ পাচে আত্ৰ। কৰি জোআ কালত তেঁও মুলতান দেস সান্ত ৰূপে থিৰ কৰিলে, কিন্তু উত্তৰি আহোঁতে বাটত তেঁও নৰিয়া পৰিল। পাচে দিলিলৈ পুনৰাই গল, আৰু একুৰি চই বচৰ উচাহি ৰূপে ৰাজ্য কৰি ১২৩৫ সকত লোকান্তৰ হল। তেঁও জিমান পিত্ৰিৰ অধিপত্য পাইচিল, তাতকৈ অধিক ৰাজ্য ৰাখি গল। তেঁওৰ মৰন কালত দিলিৰে পৰা সুন্দৰ বনলৈকে সকলো দেস তেঁওৰ অধিনত আছিল, আৰু প্ৰতি বচৰে ৰাজ খানি-লৈ আটাই ঠাইৰে পৰা ৰাজ কৰ তুলি পঠাই দিএ।



Coin of Shemus Uddin Iltomush.

সোঁ কালে লিখা আখৰ। উলচুলতান সো-মচ উদ্দ‍ দুনিয়া ও উলদিন ইলতমস্য। বাঁও কালে, শ্ৰী হ‍মিৰ।

## ফিৰোজৰ আখ্যান।

Firoz Shah.

তেঁওৰ মৰনৰ কালত তেঁওৰ পুত্ৰ দৈব্য জোগত দিলি নগৰত্তে আছিল, সেই হেতুকে তেঁও সেই সময়ত সিংহাসন সূন্য হোআ দেখি আপুনি তাত উঠিল। আৰু আপোন পিত্ৰিৰ আৰ্জন কৰি থৈ জোআ বহু ধন আছিল, নষ্ট আ আৰু গায়নবোৰৰ কাৰনে ৰই কৰিবলৈ ধৰিলে; আৰু ৰাজ্যৰ সকলো কৰমৰ তাৰ আপোন মাকৰ হাতত সমৰ্পন কৰিলে। সেই তিৰোতা আগেয়ে তুৰুকি দেসত বান্দি আছিল, পাচে ৰাখ্যাসিৰ নিচিনা নিৰ্দ্দয়া হৈ অল্প পুৰত ইলতমসাৰ জিমান তিৰি আছিল, সিইতৰ আটাইকে বধ কৰিলে। এই নিৰ্দ্দয়া কৰমৰ নিমিত্তে সকলোৰে মনত খঙ্গ ৰূপ অগ্নি জলিল, আৰু বঙ্গাল দেসৰ পৰা জি ৰাজ কৰ দিলিলৈ আই, তাকে গুপুতে অজোধ্যাৰ অধিপতি বাদ-স্যাৰ সক তাএক মহমদে লৈ আপুনি [illegible] হল। সেই কালত জি প্ৰধান ৰজাবিলাক আছিল, সিবিলাক সকলোএ একে মন হৈ ফিৰোজৰ বিৰোধ হল, তাতে সিবিলাক জই হৈ ইলতমস্যাৰ দুহিত্ৰি ৰজিয়াক সিংহাসনত বহুআলে, আৰু ফিৰোজ স্যাৰ মাকক বন্দি-সালত ৰাখিলে। অনেক কালৰ পাচত ফিৰোজ চুলতানা ৰজিয়াৰ হাতত পৰিলত বন্দিসালত থোআ হল, আৰু চই মাহ ২৮ দিন ৰাজ্য ভোগ কৰি বন্দিসালতে মৰিল।

## চুলতানা ৰজিয়া।

Sultana Rezia.

দিলিৰ সিংহাসনত উঠাৰ জি জি গুন হব লাগে, সেই সকলো গুনতে চুলতানা ৰজিয়া বিখ্যাত আছিল, আৰু জি জি লোকে তেঁওৰ দোস গুনৰ উত্তম বিচাৰ কৰে, সিবিলাকে অকল তেঁও তিৰি হোআ এইটি দোস মাথোন পাই। তেঁওৰ বাপেকে জি বচৰত গৱ গো-আলিয়ৰ লৈচিল, সেই বচৰতে তেঁও আপো-নাৰ এই চুলতানা দুহিত্ৰিক ৰাজ্যৰ অধিকাৰ ৰাব দিলে।

আৰু জেতিয়া তেঁওৰ একজন ওমৰাওএ সুধি-লে, বোলে, তুমি এনে কৰম কিয় কৰিচা? তেতিয়া কন্যাৰ বাপেকে উত্তৰ কৰি কলে, পুৰুসৰ জেনে বুধি আৰু সাহ আচে, এই তিৰি হলেও সেই ৰূপ গুন আচে, আৰু তাই মোৰ একুৰি পুত্ৰতকৈও উত্তম।

She ....

চুলতানা ৰজিয়া সিংহাসনত উঠি পুৰুসৰ দৰে বেস ধৰি ৰাজ কৰম চলাবলৈ ধৰিলে। ওমৰাওবিলাকে তিৰিৰ সাসনত অসন্তুষ্ট হৈ আগৰ বাদস্যাহৰ উজিৰৰ সাতে একে আলোচ পাতি, ৰাজ্যৰ সকলো ওমৰাওবিলাকে চুল-তানাৰ সাসনত নে থাকিবৰ হেতুকে সিবিলা-কৰ তলৈ পত্ৰ পঠাই দিলে। [illegible] ৰাজা আজোধ্যাৰ চুবাদাৰৰ [illegible] ৰাৰ সহাই [illegible] আপোনাৰ [illegible] একে [illegible]

পাৰ হৈ সেই একে আলচ কৰাবিলাকৰ সৈন্যে তেঁওক জাই কৰি বন্দিসালত সুমাই থলে, পাচে তাতে তেঁও ম্ৰিত্যু হল ।

§ Appoints Jamal Captain general.

ইয়াৰ পাচত চুলতানাৰ সুভাগ্য দিনে দিনে বাঢ়িবলৈ ধৰিলে । কাব্রিক নামেৰে এক মানুহ তেঁওৰ বস হৈ লাহোৰৰ অধিকাৰ বাৰে নিয়োজন হল । আৰু বঙ্গাল দেস আৰু উতৰ দেসৰ অধিকাৰবিলাক তেঁওৰ অধিন হবলৈ স্বিকাৰ কৰিলত সিবিলাকক আপোন আপোন প্ৰদেসৰ ওপৰত অধিকাৰ ৰাব দি ৰাখি থলে । এনে সময়ত চুলতানা ৰজিয়াৰ কিলিক খাঁ নামে সেনাপতি মৰিল, আৰু হোচেনক সেই পদ দিয়া হল । ইয়াৰ পাচে জমালে ৰজিয়াৰ অনুগ্ৰহ পাই সকলো সেনা সেনাপতিৰ ওপৰত প্ৰধান সেনাপতিৰ ৰাব পালে ।

এই কথাৰ নিমিত্তে প্ৰধান লোক সকলৰ মনত অতিসই ক্ৰোধ হল, কিয়নো জামাল আগৈএ চা অৰ্থাত আচিচিনিয়া দেসৰ এক বন্দি আচিল । ১২৩৯ সকত লাহোৰৰ অধিকাৰ স্বাধিন হৈ আপোনাৰ সৈন্য জুগুত কৰিবলৈ ধৰিলে, কিন্তু ৰজিয়াই ৰাজ সৈন্যবোৰক গোটাই তাৰ অহিতে গমন কৰিলে, তাতে তাক পৰাজই কৰি তেঁওৰ খেমা পাবলৈ সকলো তাৰে অতি নম্ৰ কৰালে ।

সেই বচৰতে তিৰৰহিন্দ দেসৰ অধিকাৰে সেই বন্দিক ৰজিয়াই অনুগ্ৰহ কৰা দেখি তেঁওৰ বিৰোধ হল । § ৰজিয়াই সকলো সৈন্য সমনিতে সেই অধিকাৰৰ বিৰোধে গল, কিন্তু পথৰ মাজত ৰজিয়াৰ তুৰুকি সৈন্যেই তেঁওৰ বিৰোধ হোআত সেই ঠাইতে জুধ উপস্থিত হল । তাতে ৰজিয়াৰ প্ৰবচি সেনাপতি মৰা পৰিল, আৰু ৰজিয়াকো ধৰি সিহঁতে বন্দিসালত সুমালে । এই কৰমৰ পাচে সৈন্যবোৰে পুৰৰাই দিলিলৈ উভতি আহিল, আৰু ইল্তমস্যাৰ পুত্ৰ চুলতানাৰ ভাই বহৰামক ৰাজ সিংহাসনত বহুআলে । ন. ম. ক.

For the Orunodoi.

মান্যবৰ শ্ৰীজুত অৰুনোদই পত্ৰ সম্পাদক মহাসই মান্যবৰেষু,

সম্পাদক মহাসই

আপুনি অৰুনোদইৰে আমাৰ দেসত গিয়ান উদই কৰিবলৈ জিমান জতন কৰিচে, তাত আমি পৰম হৰ্স পাইচোঁ । তলত লিখা বিসইটি আপোনাৰ মহিমান্য কাকতত চাপি আমাক বাধিত কৰিব ।

সম্প্ৰুতি আমাৰ দেসৰ লোক সকলে জেনে দুৰৱস্থাত আচে, তাক কব লগিয়াই নাই । কিন্তু আনন্দৰ বিসই এই জে এনে সময়তো শ্ৰী পুৰ্নানন্দ সৰ্মা নামে এজন পণ্ডিতে দুৰ্ভগিয়া অচমিয়া লোকৰ উপকাৰৰ নিমিত্তে কেতিয়াবা কেতিয়াবা হিত কথা অৰুনোদইত চাপে, কিন্তু লোকৰ বিসই এই, তেঁওৰ সেই গিয়ানি কথা বিলাক নিস্ফল হৈচে । কলাক গিত সুনুআ জেনে অকাৰ্জ তেনে ব্ৰিথা হৈচে । জোআ মাহত তেঁও শ্ৰীজুত পাদুৰি সাহ চাহাবে ৰচন কৰা পুথিৰ পৰা দহোটি প্ৰস্ন তুলি অচমিয়া সবাই উতৰ দিবলৈ অৰুনোদইত চপাইচে । কিন্তু সেই প্ৰস্নৰ উতৰ দিয়া, কেতিয়াও ভাল পৰ্হা সালি নে দেখা সবাৰ মনত বৰ সকত । অচমিয়া সবাই জি বস্তু নিতৌ দেখিচে, আৰু জি ন হলে আমি সুখে খাই বৈ থাকিব নোআৰোঁ মোৰ মনেৰে হলে নিগুঢ় কথা সেইবোৰো কব নোআৰে হেন পাঁও । তাৰ সাখি ৰুপ, সোন, তাম, পিতল লোন । এইবিলাক নো কি, কত পোআ জাই, কেনেকৈ নো টকা, বা পইচা, বা মোহৰ, বা লোটা, বা আঞ্জাত খাব লগিয়া হল, তাৰ সবিসেস বুবুজে । আপোন পুহত জে ইমান জাৰ, জেঠ আহাৰত নো ইমান জহ কিয়? তাকো কে জানে । বদ নো কি? কিয় এনে দেখি, আৰু আমাক নো কি উপকাৰ কৰে? তাকো কে জানে । মানুহ পোনে ওপজোঁতে সৰু হই, ক্ৰমে ক্ৰমে ডাঙৰ হই, বুঢ়া হই, ইয়াৰ নো কি কাৰন? আৰু বুঢ়া হৈ নো সৰু ন হই কিয়? ইয়াকো কে জানে । একে হাতত আঙুলি

আৰু তাৰ ওপৰত নখ আছে, আঙ্গুলি কাটিলে যে আকও ন হই, নখ কাটিলে নো আকও কিয় হই? ইত্যাদি কথা সকল অচমিয়া সবাই যেতিয়া জানিব, তেতিয়া আমাৰ দেসৰ দুখ একে বেলিএ গুচিব। সংসই নাই। যেতিয়া কোনো লোকে সুবুদ্ধি সহিতে ইয়াৰ উত্তৰ দিব তেতিয়া আমি মহা আনন্দ পাম। পৰিসেসত কঁও, শ্ৰী পুৰ্ণানন্দ সৰ্মাৰ প্ৰস্নৰ মূল এতিয়া অচমিয়া লোকে ভু নে পাই। সি সকলক অনেকেই প্ৰহেলিকা অৰ্থাত সাঙ্ৰ হেনহে বুলিব। অচমিয়া লোক আৰু ভাসাৰ এনে স্ৰি বৃধি হোআ নাই তেঁওৰ নিচিনা পৰম উপকাৰি জনৰ মহা বিদ্যা কথাক স্তুতি কৰি ন থৈ হিত বুলি অঙ্গিকাৰ কৰি লব। জদিও অচম দেসৰ এনে অৱস্থা, তেও অনেক লোকে সেই প্ৰস্নৰ উত্তৰ দিব পাৰিব। তেঁও নে ভাবিব যে ইয়াৰ কোনেও উত্তৰ দিব নোআৰিব। ইতি।

একজন ইংৰাজি কবিএ এই পদ ৰচনা কৰিলে,
মই তাৰ অৰ্থ ভাঙ্গিলোঁ।

An English Gem.

সুনিৰ্ম্মল বস্তু বহু দেখিতে সুন্দৰ,
অন্ধাৰ সমুদ্ৰ মাজে গুপ্ত কলেবৰ;
ফুটন্ত অনেক ফুল নে দেখোঁ নয়নে,
সুগন্ধ বিনষ্ট কৰে বনৰ পবনে।

শ্ৰীমিৰ মজফৰ হুচেন।

কলিকতা ৮ জানুআৰি, ১৮৫৪।

## দাবিদৰ ৯ গিত।

The ninth Psalm of David.

জয়ৰ নিমিত্তে ইশ্বৰক প্ৰসংসা কৰা।

মুতলবেনত প্ৰধান বাদ্যকলৈ।

হে য়িহোৱা, সকলো চিত্তেৰে তোমাক প্ৰসংসা কৰিম; তোমাৰ সকলো আচৰিত কৰম বৰ্ণনা কৰিম। মই তোমাত হৰ্সিত হৈ আনন্দ কৰিম; হে সৰ্ব্বোপৰি প্ৰভু, তোমাৰ নামত প্ৰসংসা গান কৰিম। মোৰ সত্ৰুবিলাক ঘৌহকোআ হৈ পৰি তোমাৰ সাখ্যাতে বিনাস হল। কিয়নো তুমি মোৰ নিয়াই আৰু সোধ বাধি সিংহাসনত বহি নিয়াই সোধ কৰিলা। তুমি বিদেসি লোকক ডবিয়ালা; পাপি লোকক সংহাৰ কৰি সিইঁতৰ নাম সদাকাল লোপ কৰিলা। সদাকাললৈ সত্ৰুবিলাকক নষ্ট কৰি সিইঁতৰ নগৰবোৰ বিনাসিলা; সিইঁতলৈ সুমৰনো গুচিল। কিন্তু য়িহোৱা সৰ্বকালে থাকে: তেঁও সোধৰ নিমিত্তে আপোনাৰ সিংহাসন জুগুত কৰিলে। তেঁও ধৰম ৰূপে জগতৰ সোধ কৰিচে; তেঁও লোকবিলাকক নিয়াই ৰূপে প্ৰতিফল দিচে। য়িহোৱা তাৰনা পোআবিলাকৰ আস্ৰই; দুখৰ কালত তেঁও সিবিলাকৰ আস্ৰই। হে য়িহোৱা, জিবিলাকে তোমাৰ নাম জানে, সিবিলাকে তোমাত বিস্বাস কৰে; কিয়নো জি লোকে তোমাক বিচাৰে, সিবিলাকক তুমি কেতিয়াও তিয়াগ ন কৰা।

চিওনত নিবাস কৰা য়িহোৱালৈ স্তুতি গান কৰা; লোকবিলাকৰ মাজত তেঁওৰ মহত কৰম প্ৰকাস কৰা। তেজ উলিওআ দোসৰ সোধ কৰা সময়ত তেঁও দুখ পোআবিলাকক সোঁৱৰে; তেঁও সিবিলাকৰ কাকুতি নে পাহৰে।

হে য়িহোৱা, মোক ক্ৰিপা কৰা; মোক ঘিন কৰাবিলাকৰ পৰা জি দুখ পাইচোঁ, তাক ক্ৰিপা দ্ৰিষ্টি কৰা; ম্ৰিত্যু দুআৰৰ পৰা মোক তোলা। তাতে চিওনৰ জিয়াৰিৰ দুআৰত মই তোমাৰ প্ৰসংসা সকল দেখাম; তোমাৰ পৰিত্ৰানত মই আনন্দ কৰিম।

বিদেসি লোকে আপুনি খন্দা খালত পৰি তল গল; আপুনি লুকাই পতা জালত সিইঁতৰ ভৰি লাগি বল। তেঁও দণ্ড দিয়াৰ দোআৰাই য়িহোৱাক জনা হৈচে; পাপি লোক আপোন হাতে কৰা কৰমৰ দোআৰাই ধৰা পৰে। পাপি লোক আৰু ইশ্বৰক পাহৰা সকলো দেসিবিলাকক অধললৈ খেদোআ হব। কিয়নো দুখিয়াবিলাকক সদাই পাহৰা নে জাব; দৰিদ্ৰবিলাকৰ আসা সদাই নু গুচিব। হে য়িহোৱা, উঠা; মানুহে জই কৰিবলৈ নি দিবা। বিদেসি লোকক তোমাৰ দ্ৰিষ্টিতে সোধ কৰা হওক। হে য়িহোৱা, বিদেসি লোকে আপোনাবিলাকক মানুহ জেন জানে, এই নিমিত্তে সিইঁতৰ মনত ভই লগাই দিওক।

## চিকন্দৰিয়া নগৰত সাত লাখ পুথি পোৰা।

Destruction of the Alexandrian Library.

মিচৰ দেসৰ চিকন্দৰিয়া ৰাজ নগৰৰ অৰ্থাত চেকন্দৰ নগৰত, জি পুথি থোৱা ঘৰ আচিল, সি প্ৰিথিবিৰ ভিতৰত সকলোতকৈ ডাঙ্গৰ। চেকন্দৰ স্যাহৰ মৰনৰ পাচত, মিচৰ দেসৰ বাদস্যা পোতলিমিএ এই পুথিৰ ঘৰ প্ৰথমে থাপনা কৰিলে; তাৰ পাচত তেঁওৰ পদত হোৱা ৰজাবিলাকে সেই পুথিবোৰ এনেহে বৰ্ঢ়ালে জে সেসত তাৰ মাজত সাত লাখ পুথি আচিল। আৰু দুহেজাৰ বচৰ হল, জেতিয়া কৈচৰে চেকন্দৰিয়া নগৰ বেৰিলে, তেতিয়া তেঁওৰ চাৰি লাখ পুথি অকস্মাত পোৰা হল। কিন্তু সেই দেসৰ সুন্দৰি আৰু গিয়ানি খিয়াতি হোৱা ক্লেয়োপাত্ৰা নামেৰে ৰানিএ আকও তাতে দুই লাখ পুথি গোটাই থলেনি, আৰু আন লোকবিলাকেও কাল ক্ৰমেৰে অনেক পুথি গোটাই সেই ঠাইতে থলে, আকও তাত সাত লাখতকৈ অধিক পুথি হল।

৭০০ সকত জেতিয়া মচলমানবিলাকে চেকন্দৰিয়া নগৰ ললে, তেতিয়া বিদ্যা সিকিবৰ নিমিত্তে কাৰ্য্যৰ কৰোঁতা সিইতৰ অমৰা নামে সেনাপতিএ সেই ঠাইৰ পৰা এটা পণ্ডিতেৰে সৈতে নিতে প্ৰিতি আলাপ কৰিচিল। এদিন সেই পণ্ডিতে তেঁওক কলে, বোলে, তুমি চেকন্দৰিয়া নগৰৰ সকলো ঠাইলৈ গৈ ৰজাৰ সকলো দুৱাৰ ওপৰত তোমাৰ চাব মাৰিচা সেইবোৰ বস্তু তোমাৰ উপকাৰলৈ জোগ্যতা ইত, আমাৰ উপকাৰৰ পাত্ৰ ন হই; কিন্তু এই নগৰত তোমাৰ কিচু উপকাৰ নো হোৱা, আমাৰ নিচয়ে উপকাৰ হোৱা, এনে বস্তু আচে। অমৰাই কলে, বোলে, তুমি কিহলৈ প্ৰাৰ্থনা কৰিচা? তেঁও কলে, বোলে, ৰজাৰ পুথি থোৱা ঘৰত জিবোৰ পুথি আচে, তাকে মোক দিয়া। অমৰাই উত্তৰ দি বুলিলে, ইয়াক দিবলৈ মোৰ সক্তি নাই, কিন্তু আমাৰ কালিফক এবেলি সুধিলে হব।

পাচে তেঁও বেগেতে এই কথা জনাবৰ নিমিত্তে ওমাৰ কালিফৰ ওচৰলৈ মানুহ পঠাই দিলে, তাতে তেঁও এই উত্তৰ দিলে, বোলে, তুমি জি [illegible] কথা লিখিচা, সেই পুথি জদি ইস্বৰৰ [illegible] অৰ্থাত কোৰানেৰে সৈতে একে মিল হ তেন্তে সেই পুথিত একো সকাম নাই, কিয়নো কোৰানতে আমাৰ জানিব লগা সকলো পোৱা হই, জদি তাত কোৰানৰ কোনো বিৰোধ কথা থাকে, তেন্তে তাক কোনো ৰূপে লব লগা ন হই, এই কাৰনে মই এই পত্ৰেৰে তোমালৈ আগ্যা কৰিলোঁ, সেই সকলো পুথিবিলাক নষ্ট কৰিবা।

অমৰাই এই আগ্যা পাই সেই সকলো পুথিবিলাক নগৰৰ আটাই মানুহৰ গা ধোৱা ঘৰৰ পানি তপতাবৰ নিমিত্তে পঠিয়াই দিলে; তাত ইমান পুথি আচিল জে চমাহলৈকে সেইবোৰ তপত কৰিবৰ নিমিত্তে খৰি নে লাগিচিল, এই ৰূপে চেকন্দৰিয়া নগৰৰ সকলোতে সুখ্যাতি পুথিবিলাক নাস হল, আৰু মানুহৰ নিমিত্তে বিদ্যাৰ মহা ভঁৰাল লোপ হল।

---

## গিয়াতি পৰিয়ালবিলাকলৈ আচৰিব লগা কথা।

Conduct toward Relations.

আমাৰ পিত্ৰি মাত্ৰি আৰু ভাই ভনিবিলাকলৈ আৰু জিবিলাক আমাৰ সমন্ধত থাকে সিবিলাকলৈ, আমি সকলো প্ৰকাৰে মৰমিয়াল হব পাওঁ; কিয়নো আমাৰ সৰু কালত কোনো কৰম কৰিবলৈ জেতিয়া আমি অপাৰক আচিলোঁ, তেতিয়া আমাৰ পিত্ৰি মাত্ৰিএ আমাক আহাৰ বস্ত্ৰ আদি দি, সাৱধান কৰি ৰাখিচিল; সিবিলাকৰ এনে মায়া নো হোৱা হলে, আহাৰ আৰু বস্ত্ৰৰ অভাৱতে আমি পৰলোক প্ৰাপ্ত হলোঁহেঁতেন। এই কাৰনে আমাৰ সক্তি থাকে মানে সিবিলাকৰ উপকাৰ সুঁজৰি মানি, সিবিলাকক হিত আৰ প্ৰেম কৰা আমাৰ উচিত। আৰু সিবিলাকে নিয়াই মতে আমাক জি আদেস দিএ, আৰু আমাত জি খোজে, তাক আনন্দ মনেৰে আমি পালন কৰিব লাগে।

তাই তৰি সকলে একে পিত্ৰি মাত্ৰিৰ পৰা জনম পাই, একে পাত্ৰতে আহাৰ কৰি, একে লগে উমলি, একে পিত্ৰি মাত্ৰিৰ পৰা হোআ, একে স্নেহ, একে প্ৰেম সমান ৰূপে পাই, বাৰ্হি ডাঙৰ হোআত, ই জনে সি জনে প্ৰেম আলাপ কৰিবলৈ প্ৰয়োজন থাকে। জদি সিবিলাকে এনে কৰে, তেন্তে সিবিলাকৰ জি উত্তম ভাবনা, সেয়ে প্ৰকাস হোআত, অন্য লোকৰ পৰা সিবিলাকে প্ৰেম পাবৰ জোগ্য হয়। কিন্তু সিবিলাকে জদি বিবাদ আৰু দন্দ কৰে, তেন্তে সিবিলাকৰ আচৰন এনেহে দুষ্ট আৰু অস্বভাবিক ৰূপে প্ৰকাশিত হয়, জে সকলো গিয়ানি লোকে সিবিলাকৰ সঙ্গ তিয়াগ কৰিব। এই কাৰনে সবা চোআলিবিলাকে আপোন আপোন সহ কালতে ইটে সিটে প্ৰেম কৰিলে, জেতিয়া সিবিলাকে ডাঙৰ হই, তেতিয়া ই জনে সি জনৰ কুসলৰ উনতি কৰাবও পাৰিব।

ৰ. ন.

## এন্দুৰ আৰু তাৰ বোজাৰ কথা।

The Rat and its Burden.

ঘিন লগা আৰু অপকাৰি জন্তুৰ পৰাও আমি আমাৰ পিত্ৰি মাত্ৰিলৈ আদৰ আৰু মনজোগ কৰাৰ উপদেস পাব পাৰোঁ। কেতিয়াবা কেতিয়াবা এন্দুৰবিলাক ঘৰত আৰু জাহাজত এনেহে অধিকৈ বাঢ়ে জে মানুহৰ অনেক হানি কৰে। এই কাৰনে কান্দ পাতি সেইবিলাকক ধৰি মাইৰা বিস দি মাৰি জেইকি প্ৰকাৰে হওক, সিইতৰ সংখ্যাৰ কম কৰিব লাগে। কোনো সময়ইত এখন জাহাজ দুৰ্য়ৰ্কৰ পৰা লিচবন নগৰলৈ জাত্ৰা কৰোঁতে জাহাজৰ ভিতৰত অতি সিঘ্ৰে এন্দুৰৰ সংখ্যা অনেক ব্ৰিধি হই, জাহাজত থকা অনেক বস্তু খাই নষ্ট কৰাত, জাহাজি লোকৰ ধৰ হল; তাতে সিবিলাকে আলচ কৰি বুজিলে, জাহাজি প্ৰথমে আৱৰি পালে, সেই জন্তুবিলাকৰ এৰা দুৰ্ভ পাবলৈ উপাই কৰিম। পাচে কেতিয়া সিবিলাকে বিবাসলৈ লিচবনত জাহাজ বখা আই পালেহি, তেতিয়াই সিবিলাকৰ জাহাজৰ দবেই কাপ্তানে জাহাজৰ খোলত গন্ধক জুইৰে পুৰি ধুঁআৰে জাগ দিব দিলে। তাতে সেই এন্দুৰবিলাক এনে বস্তুৰ ধুঁআৰ জাল সহিব নোআৰি, গাঁত এৰি পালাবলৈ ধৰাত নাবিক সকলে বহু মাৰিলে। সেসত এটা ডেকেকা এন্দুৰে বয়সত বুঢ়া হৈ বগা আৰু কনা হোআ আন এটা এন্দুৰক আপোন পিঠিত বোকোচা কৰি লৈ জাহাজৰ ওপৰ চাইত ওলালহি। জাহাজি লোকে বুঢ়া এন্দুৰটক ডেকাটৰ বাপেক বুলি জানি, পিত্ৰিলৈ পুত্ৰৰ এনে চেনেহ দেখি, বধ কৰিবলৈ ইচা ন কৰি কুসল মতে ব্ৰিধ পিতাকক আন এঠাইলৈ লৈ জাব দিলে।

ৰ. ন

## গিত।

Hope of Immortality.

২ কৰিন্থ. ৫ : ১।

এই তাম্বু ৰূপ সংসাৰিক ঘৰ
মৰনে পৰিলেও ভগন
ইশ্বৰে সজা দেহ অমৰ
মোৰ হব স্বৰগত নিৰ্মান।

মহা উঠানৰ মোৰ সমই
জেন পাপে নিৰাসুই ন হম
সদাই কেঁকাইচোঁ অতি ভই
সুদুগুত হবৰ কৰি স্ৰম।

মই জানো দেহত থকা কাল
এই ভাবৰ ভৰত হব দুখ
বেদনা, বিয়াধি, পাপৰ ফল
পৰিশ্ৰাৰ চিন্তা, ভই, অসুখ।

তেও বৰ্ত্তমান এই অলপ দুখ
এখন্তক মাথোন জি থাকে
অধিক গধুৰ অনন্ত সুখ
মোলৈ বৰ্হাই সিধি কৰে।

তাত কিয় সাহিয়াল ন হম
মৰিলেও প্ৰভুৰ ওচৰ জাম
জিৱনে লোপ হৈ সৰ্ব ভ্ৰম
বিস্ৰামে সৰ্ব অবিস্ৰাম।

ও. ও.

## ঈশ্বৰৰ বচন ।

Selected scripture Sentences.

মুখত জি সোমাই, সি মানুহক অসুচি ন কৰে· কিন্তু মুখৰ পৰা জি ওলাই, সেয়েহে মানুহক অসুচি কৰে ।

তোমাৰ চকুএ যদি তোমাক পাপ কৰাই, তোমাৰ পৰা তাক কাঢ়ি পেলোৱা; দুটা চকু থাকি নৰকৰ জুইত পেলোৱা হোৱাতকৈ একচকুৱা হৈ পৰম আনন্দত সোমোৱাই তোমাৰ ভাল ।

ঈশ্বৰেই আত্মা, আৰু তেঁওক জিবিলাকে ভজে, আত্মাৰে সত্যেৰে ভজিবৰ উচিত ।

তুমি সকলো মনেৰে, সকলো প্ৰানেৰে, সকলো চিত্তেৰে সৈতে তোমাৰ প্ৰভু পৰম ঈশ্বৰক প্ৰেম কৰা, এয়ে প্ৰথম আৰু প্ৰধান আজ্ঞা । আৰু তাৰে নিচিনা দ্বিতিয় আজ্ঞা এই, তোমাৰ চুবুৰিয়াক আপোনাৰ নিচিনাকৈ প্ৰিতি কৰা ।

হেৰৈ অগিয়ানি, আজি ৰাত্তি তোমাৰ পৰা প্ৰান নিয়া হব ।

মানুহে গোটেই ধন জগত পায়ো যদি আপোনাৰ প্ৰান হেৰুৱাই, সেই মানুহৰ কি লাভ? আৰু মানুহে আপোনাৰ প্ৰান ৰাখিবৰ নিমিত্তে কি সলনি দিব পাৰে?

তোমোলাকৰ মাজত জি কোনোএ বৰ হবলৈ ইচ্ছা কৰে, সি তোমোলাকৰ সেৱক হওক; আৰু তোমোলাকৰ মাজত জি কোনোএ প্ৰধান হবলৈ ইচ্ছা কৰে, সি তোমোলাকৰ বন্দি হওক ।

ধনৱন্ত মানুহবিলাক ঈশ্বৰৰ ৰাজ্যত সোমাবলৈ কেনে দুৰ্গম!

আৰু বিশ্বাস কৰাবিলাকে একে সঙ্গে থাকি, আপোনাৰ সম্পত্তি সমানে ৰাখি ভোগ কৰিলে ।

পাচে আৰু জেনেকৈ লাগিল, সকলোকে তেনেকৈ বাঁটি দিলে ।

নিৰহঙ্কাৰ মন হোৱা জিবিলাক, সেইবিলাক ধন্য; কিয়নো স্বৰ্গ ৰাজ্য সিবিলাকৰ । শোক কৰা জিবিলাক, সেইবিলাক ধন্য; কিয়নো সিবিলাকে সান্ত্বনা পাব । নম্ৰ হোৱাবিলাক ধন্য; কিয়নো সিবিলাক পৃথিবিৰ অধিকাৰ হব । ধৰ্ম্মলৈ ভোক আৰু পিয়াহ লগা জিবিলাক, সেইবিলাক ধন্য; কিয়নো সিবিলাকে তৃপ্তি পাব । দয়ালু হোৱাবিলাক ধন্য; কিয়নো সিবিলাকে দয়া পাব । নির্ম্মল চিত্ত হোৱাবিলাক ধন্য; কিয়নো সিবিলাকে ঈশ্বৰক দর্শন পাব । মিল কৰাবিলাক ধন্য; কিয়নো সিবিলাকক ঈশ্বৰৰ সন্তান বোলা হব । জিবিলাকে ধৰ্ম্মৰ নিমিত্তে তাৰনা পোৱা হই । সেইবিলাক ধন্য; কিয়নো স্বৰ্গ ৰাজ্য সিবিলাকৰ ।

এয়েৰেই পাপৰ অভিলাস পূৰ কৰিবলৈ তোমোলাকৰ এই বিনাশি দেহত পাপক অধিকাৰ হবলৈ নি দিবা । কিয়নো পাপৰ বেচ মৰন ।

কিন্তু বিদ্যৰ বিধানৰ বিৰোধে যুধ কৰি মোক অঙ্গবোৰত থকা পাপৰ বিধানৰ অধিন কৰা, এনে আন এক স্বভাও মোৰ অঙ্গতে দেখোঁ । অস অস, দুৰ্ভগিয়া মানুহ জি মই, মোক এই মৰন দেহৰ পৰা কোনে উধাৰ কৰিব?

সংসাৰিক চিন্তা মৰন; আত্মাৰ চিন্তন পৰম আনন্দ আৰু কুসল ।

হে ভাইবিলাক, ঈশ্বৰৰ দয়াৰে তোমোলাকত মই এই মিনতি কৰিচোঁ, তোমোলাকে আপোন আপোন সৰিলক জিয়া, পবিত্ৰ, আৰু ঈশ্বৰ তুষ্ট হোৱা বলি ৰূপে উচৰগ কৰা, কিয়নো এয়েই তোমোলাকৰ উচিত সেৱা ।

কুকৰ্ম্ম ঘিনাই সুকৰ্ম্মত ৰত্তি হোৱা ।

ৰাত্তিৰ সেস হৈছে; পহৰ হবৰ কাল ওচৰ হল; এই হেতুকে আঁহা, ৰাত্তিৰ কৰ্ম্ম আটাইকে এৰি পহৰৰ সাজ পিন্ধোহঁক; ৰত্তিৰস আৰু উন্মত্ত, বেস্যা আৰু কাম ভাও, বিৰোধ আৰু অসুয়া, এইবিলাক মাচৰি, দিনৰ জোগ্য সুধ কৰ্ম্ম আচৰোঁহঁক ।

বিভিচাৰ ন হবলৈ প্ৰতি জন পুৰুসৰ আপোনাৰ একন ৰামি হওক; আৰু প্ৰতি জনি তিৰোতাৰো আপোনাৰ একন ৰামি হওক ।

পাচে তেঁও পান পাত্ৰ হাতত লৈ স্তুতি কৰি সিবিলাকত কলে, ইয়াকে লৈ আপোনাৰ মাজত ভাগ কৰা ।

যেনেকৈ একে পিঠা হই, তেনেকৈ আমি অনেক হৈও একে দেহ হৈচোঁ; কিয়নো আমি সকলো সেই একে পিঠাৰ ভাগি হৈচোঁ ।

সকলো মানুহৰ মাজত বিবাহ মৰ্য্যদাৰন্ত, আৰু তাৰ সজ্যা সুচি; কিন্তু বিভিচাৰি আৰু পৰ স্ত্ৰিৰি হৰন কৰ্‌আবিলাকক ইশ্বৰে দণ্ড দিব ।

প্ৰিথিবি গোটেই খনৰ ওপৰত থাকিবলৈ একে তেজেৰে সকলো জাতৰ মানুহক সুজি ।

আগৰ সেই অগিয়ান কাল ইশ্বৰে সহিলে, কিন্তু এতিয়া সকলো ঠাইতে আটাই মানুহক মন পালটাবলৈ আগ্যা কৰিচে ।

এইবিলাক জানি জদি তেনে কৰা, তেন্তে তোমোলাক সুখিয়া হবা ।

সৰিল বিভিচাৰৰ নিমিত্তে ন হই ।

বেসালি কৰমৰ পৰা আঁতৰি থাকা ।

তোমোলাকৰ সৰিলেৰে ইশ্বৰৰ মহিমা প্ৰকাস কৰা ।

## ইশ্বৰৰ আগ্যা ।

ইশ্বৰ পুন্যৱন্ত, মৰমিয়াল, সুচি ।

দুখিয়া পাপ, সুখিয়া ধৰম ।

কলাভিল, মুখ, হাত, গা সুচি ৰাখিবা ।

আগলৈ পাপ, পুন্যৰ সোধ হব ।

অৰ্চমিয়া সবাৰ মিত্ৰ ।

## বিবাহৰ সম্বাদ ।

Marriage.

নগাঁও জিলাত ১০ ফেব্ৰুআৰিত পাদুৰি ব্ৰুন্সন চাহাবৰ দোআৰাই খ্ৰিষ্টিয়ান বিধি মতে শ্ৰী মান তোআই আৰু শ্ৰী মতি ৰাভিৰবিৰ বিয়া দিয়া হল ।

## ইংৰাজি দেসৰ ইস্কুল ।

Number of Schools in England.

ইংলণ্ডৰ ভিতৰত প্ৰধান বিদ্যালই ১৫,৫৮৪ আৰু সামান্য ইস্কুল ৩০ ৫৩০ । প্ৰধান বিদ্যালইৰ চাত্ৰ ১,৪১৭,৩০০ ; আৰু সামান্য পঢ়াসালিৰ ৭২৭,০৭৭ চাত্ৰ আছে । তাত দেওবৰিয়া ইস্কুলো ২৩,৪৯৮, আৰু তাৰ ২,৪০০ ৫০৯ চাত্ৰ সৰাও আছে ।

## মানুহৰ হাৰ ।

Number of human bones.

মানুহৰ মুৰত ৬০ হাৰ আছে, আৰু ভৰিতে কৰদত্তে ৬০, হাতত ৬২, আৰু গাত ৬৭ আছে । আৰু তাত বাহিৰে ৪৬৪ জোৰি আছে । তাৰ কলাভিলৰ ভিতৰত এক ধন্তেকৰ মাজত ৬৪ বেলি টিক টিক কৰে, ঘণ্টাত ৩, ৮৪০ বেলি জাই, আৰু দিনৰ মাজত ৯২,-১৬০ বেলি টিক টিক কৰে । আৰু ঘনণ্টাৰ মাজত গোটেই গাটোতে তিনি বাৰ সিৰত তেজ অহা জোআ কৰে ।

## মাৰ্চ, অৰ্থাত চতৰ পঞ্জিকা ।

Almanac for March, A. D. 1854. Sal. Sac 1775.

| মাৰ্চ | ফাগুন | বাৰ | তিথি | দিনমান | মাৰ্চ | চৈত | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ৪ | ২ | ১১।২৮ | ১৭ | ৫ | ৬ | ১৮ | ১১।৫৫ |
| ২ | ২০ | ৫ | ৩ | ১১।৩২ | ১৮ | ৬ | ৭ | ১৯ | ১১।৫৭ |
| ৩ | ২১ | ৬ | ৪ | ১১।৩৪ | | | | | |
| ৪ | ২২ | ৭ | ৫ | ১১।৩৫ | ১৯ | ৭ | ১ | ২০ | ১১।৫৯ |
| | | | | | ২০ | ৮ | ২ | ২১ | ১১।০ |
| ৫ | ২৩ | ১ | ৬ | ১১।৩৭ | ২১ | ৯ | ৩ | ২২ | ১১।১ |
| ৬ | ২৪ | ২ | ৭ | ১১।৩৮ | ২২ | ১০ | ৪ | ২৩ | ১১।৩ |
| ৭ | ২৫ | ৩ | ৮ | ১১।৪০ | ২৩ | ১১ | ৫ | ২৪ | ১১।৪ |
| ৮ | ২৬ | ৪ | ৯ | ১১।৪১ | ২৪ | ১২ | ৬ | ২৫ | ১১।৬ |
| ৯ | ২৭ | ৫ | ১০ | ১১।৪৩ | ২৫ | ১৩ | ৭ | ২৭ | ১১।৮ |
| ১০ | ২৮ | ৬ | ১১ | ১১।৪৪ | | | | | |
| ১১ | ২৯ | ৭ | ১২ | ১১।৪৬ | ২৬ | ১৪ | ১ | ২৮ | ১১।৯ |
| | | | | | ২৭ | ১৫ | ২ | ২৯ | ১১।১১ |
| ১২ | ৩০ | ১ | ১৩ | ১১।৪৭ | ২৮ | ১৬ | ৩ | ৩০ | ১১।১২ |
| ১৩ | ১ | ২ | ১৪ | ১১।৪৮ | ২৯ | ১৭ | ৪ | ১ | ১১।১৪ |
| ১৪ | ২ | ৩ | ১৫ | ১১।৫০ | ৩০ | ১৮ | ৫ | ২ | ১১।১৬ |
| ১৫ | ৩ | ৪ | ১৬ | ১১।৫২ | ৩১ | ১৯ | ৬ | ৩ | ১২।১৭ |
| ১৬ | ৪ | ৫ | ১৭ | ১১।৫৪ | | | | | |

এই অৰুণোদই গিয়ান ভণ্ডাৰ মোং সিৱসাগৰৰ আমেৰিকান বাপ্তিষ্ট মিসান চাপাখানাতে চাপা কৰা হৈচে । আদিতে দিলে বচৰত দাম এটকা, বচৰৰ মুৰত দিলে ১॥ টকা ।

THE ORUNUDOI,

A MONTHLY MAGAZINE DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by N. Brown, Editor, at the Sibsager Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৯ বচৰ। মোং সিৱসাগৰ, মার্চ, ১৮৫৪। নম্বৰ ৩।

VOL. IX. SIBSAGOR: MARCH, 1854. NO. 3.




Omer Pasha, Commander of the Turkish Army, from the Illustrated London News.

## অনেক দেসৰ সম্বাদ।

**Journal of Events.**

তুৰুকি চুলতানৰ সকলো ফৌজৰ ওপৰত ওমৰ বাদস্যা প্ৰধান সেনাপতি হৈছে। তেঁওৰ জনম ভুমি ক্ৰৌতিয়া প্ৰদেস; তেঁওৰ বাপেক গ্ৰিক মতৰ ধৰমত প্ৰবর্তিচিল। তেঁও বিদ্যা

সিকি এটালত আগ্নিয়া ফৌজৰ মাজত সোমো-
আ হল। পাচে ১৮৩০ সকত অধিকাৰৰ কোনো আন্যায় ৰেজাৰ পাই তুৰুক দেশলৈ গৈ মচলমান ধৰম গ্ৰহন কৰিলে; আৰু ধস্রো বাদস্যাই সেনাপতি বাৰ দি আপোনাৰ লগত ৰাখিলে। ১৮৫১ সকত বস্নিয়া দেশৰ ক্ৰুহিয়া বিসয়াবিলাকে সৈতে ৰন কৰি বৰ জসস্যা পালে। তেঁওৰ বয়স এতিয়া ৫২ বচৰ হৈছে। সি পিচিত তেঁওৰ নকচা চালে, তেঁও বৰ সাহিয়াল সেনাপতি হোআ বুজিবা।

Russians defeated at Tsitale

ৰুচিয়া আৰু তুৰুকিৰ মাজত ৬ জানুআৰিত বৰ যুধ হল। আমাৰ নতুন বচৰ সোমোআতকৈ ৰুচিয়াৰ মতেৰে ১৩ দিনৰ পাচতহে নতুন বচৰ সোমাই। সেই ১৩ জানুআৰি অৰ্থাত সিহঁতৰ নতুন সঁকৰ বৰ দিনত প্ৰধান কৰম কৰি বৰ জস পাম বুলি ধালিফাতত থকা তুৰুকি ফৌজক যুধ কৰিবলৈ থিৰ কৰিলে। সেই আসয়েৰে জানুআৰি ২ তাৰিখত জেনৰল আওৰেপ সেনাপতিএ ২০,০০০ ৰুচিয়া সেনা আনি ধালিফাতৰ উত্তৰে এপৰৰ আঁতৰত থকা জিতালি নগৰত ৰলহি। তুৰুকিৰ সেনাপতি ওমৰ বাদস্যাই ইয়াকে জানি সিহঁতক আগ হৈ ধৰিবৰ নিমিত্তে ১৮,০০০ সেনা, ২৪ বৰ টোপে সৈতে চিলিম বাদস্যাকে পঠালে। ৬ জানুআৰিত সিহঁতৰ কোঁঠৰ ওচৰ পাই যুধ ধৰি দিনটো ৰন কৰিলে। দুয়ো দলৰ বহু সেনা পৰিল। ৭ তাৰিখত আকও যুধ ধৰি সেই দিনাও অন্ত ন হল; ৮। ৯ তাৰিখতো সেই ৰূপে ৰন কৰি ৰুচিয়াক নিচইকৈ জিনি খেদালে। জেনৰল আওৰেপকো খুন কৰিলে, ৰুচিয়াৰ সেনা ১০০০ মৰিল, ৪০০০ খুন হল। তুৰুকিৰো ২।৩ হেজাৰ মান খুন হল। পাচে ৰুচিয়াই ক্ৰাজক নগৰলৈ উতৰি গৈ তাতে ৰল; কিন্তু সিবিলাকৰ বৰ দিনত একো কৰিব নোআৰিলে।

Entrance of the allied Fleet into the Black Sea.

তুৰুকিৰ সহাই হবৰ নিমিত্তে ইংৰাজি আৰু ফ্ৰান্সিৰ জাহাজবোৰ জানুআৰি ৩ তাৰিখত বিলাক সমুদ্ৰত সোমাল। ৰুচিয়াৰ জাহাজবোৰে তুৰুকিৰ অনেক জাহাজ চিনপি নগৰৰ মুখত মাৰি পেলাইছিল; কিন্তু এতিয়া ৰুচিয়াতকৈ ইংৰাজি আৰু ফ্ৰান্সিৰ জাহাজবোৰ অধিক আৰু পৰাক্ৰমি। চিনপিৰ যুধত তুৰুকিৰ আদমিৰল সেনাপতিৰ ঠেঙত গুলি লাগিল, সেই কাৰনে দুৰেলি তেঁওৰ ঠেঙ ডকৰে কাটিলে, তেও জিয়াব নোআৰিলে, মৰিল।

Suicide at Jorhat.

জোৰহাটৰ বজাৰৰ সেখ হনুৰ মুন্সি নামে ২৫ বচৰ বয়সিয়া এটা মচলমানৰ এজনি গাভৰু তিৰোতা জহনিত মৰিলত, সেই বেজাৰত সি প্ৰাই বলিয়াৰ নিচিনা হৈ সংসাৰৰ সকলো সুখ ভোগ এৰি, ১৮ ফেবৰুআৰি সনি বাৰ বেলি ৪ বজাৰ সময়ত, সেই বজাৰৰে মহমুৰ মুন্সি নামে এটাৰ ঘৰলৈ গৈ, কাকো নে দেখি উদং ঘৰ পাই ভিতৰ সোমাই তামোল কটা বিৰে আপোনাৰ ডিঙ্গিত দুৰেপ মাৰি দুআৰ জপাই মনে মনে বহি আছিল। পাচে সেই ঘৰৰ গিৰিহঁত আহি কোনে দুআৰ মেলিলি বুলি সোধাত সি ওলাই আপোনাৰ ডিঙ্গি দেখুআলে। তাতে মহমুৰে ভই পাই তাৰ মাকৰ আগত কলেগৈ, মাকে তেতিয়াই দাৰোগাত জনালে। দাৰোগা আহি তাত সোধাত সি কলে, বোলে, মই আপোনাৰ ডিঙ্গি আপুনি কাটিলোঁ, কাৰন মোৰ তিৰোতা মৰিল, মই নো জিয়াই থকাৰ কি সকাম? সেসত তাৰ মাকে তাক আপোনাৰ ঘৰলৈ নি কটা ভোখৰ বেজিৰে সি জিবৰ নিমিত্তে অনেক দৰৱ দিছিল, তথাপি সেই দিনৰে নিসা ৭ বজাৰ সময়ত ম্ৰিত্যু হল।

Fire at Jorhat.

১৬ মাৰ্চ বিৰচতি বাৰে ৰাতি জোৰহাটৰ শ্ৰী উৰ্বিধৰ শৰ্মা সিৰলাগৰিয়া বৰুআৰ ঘৰত জুই লাগি, তেঁওৰ সকলো ঘৰবোৰ আৰু সকলো দ্ৰব্য সম্পতি পুৰিলে। বৰুআ সিৰসাগৰত আছিল, তেঁও ঘৰত ন থকাত আৰু ৰাতি পোৰা হেতুকে এটা পেৰাৰ বাহিৰে একো বস্তু এৰুআব নোআৰিলে।

**Fire at Sibsagor.**

২০ মার্চত সোম বাৰে, আন্দাজ দিনৰ ২ বজা মানত সিৱসাগৰ জিলাৰ আমোলাপটিৰ মুৰত শ্ৰী পুৰ্না চিহানবিচৰ ঘৰত জুই লাগি ঘৰ আদি সকলো বস্তু পুৰিলে। সেই কালত তেঁও ঘৰত নাই কিচিল, আৰু ঘৈনিএকৰ বাজে আন কোনো নাই, এই কাৰনে একো দ্ৰব্য এৰুআব নোআৰিলে ।

**Suspicion of Murder.**

১৬ মার্চ মাহৰ ব্ৰিহস্পতি বাৰৰ ৰাতি দিখৌ সি পাৰত থকা পদপুৰ নামেৰে মচলমান মানুহ এটা একো বিঘিনি নো হোআকৈ ম্ৰিত্যু হোআত দস্তুৰ মতে কাপৰ পিন্ধাই পুতিলে। পাচে মৰা মানুহটৰ বস্তুৰ পৰা তাৰ ভনিএক ভাগিনিএকে দন্দ কৰি, তইহে মানুহ বিহ খুআই মাৰিচ, এই ৰুপে ইটক সিটে বুলি দুইৰো মাজত কন্দল হল। এই কথা সুনি থানাৰ পৰা মদত মহৰি, পুলিচ মহৰি গৈ স খনাই থানালৈ অনাই পেট ফালি চাই, বিহ খুআই মৰা একো প্ৰমান নে পালে। আৰু তাৰ পেটৰ ভিতৰত ভাতৰ জোলোঙ্গাত কিচুমান জিন নো জোআকৈ ভাত আচিল, তাকে ডক্তৰে উলিয়াই কলিকতালৈ পঠালে ।

**Fires at Nawabgunj.**

গত ফেবৰুআৰি মাহৰ ২১ তাৰিখৰ সুকুৰ বাৰে নবাব গঞ্জৰ পচিম ফালে কানাই নামেৰে এটা মানুহৰ ঘৰত গ্ৰিহস্থবিলাকৰ অসাৱধানত অৰ্থাত সিইতে ধোঁআ খাঁওতে সেই জুই ঘৰত লাগি তাৰ ঘৰ, আৰু তাৰ ওচৰৰ আন এঘৰ আৰু তাত থকা সকলো বস্তু পুৰিলে।

বাৰ্তাবহত লিখিচে, গত ফেবৰুআৰি মাহৰ ১৮ তাৰিখ বুধ বাৰৰ ৰাতি এই জিলাৰ নবাব গঞ্জৰ ধনেস্বৰি বেস্যাৰ ঘৰত জুই লাগি তাইৰ জি এটা ঘৰ আচিল, তাৰু আৰু তাৰ মাজত জি কিচু সম্পাতি আচিল, তাকো পুৰিলে। তাতে সুনা হৈচে, এই বেস্যা ৰঙ্গমাটিৰ ঘৰত গান সুনিবলৈ গৈচিল, সেই সময়তে তাইৰ কোনোবা সক্ৰুএ এই কৰম কৰি সক্ৰু সাধিলে।

মান দেসত ৰন কৰা প্ৰধান সেনাপতি মেজৰ জেনৰল গদৱিন চাহাৰ ৰনত ফুৰোঁতে



**Major General Godwin.**

মুৰত তাপ লাগি বৰ দুখ পোআত নৰিয়া পৰিল। পাচে ২৪ অক্তোবৰ তাৰিখত চিমলা নগৰত ম্ৰিত্যু হল। তেঁও ৰনত বৰ পৰাক্ৰমি আচিল। ১৮৫২ সঁকৰ চেপ্তেম্বৰ ২১ তাৰিখৰ প্ৰধান জুধত তেঁও মানক জিনিচিল। তেঁওৰ নকচা ওপৰে লিখা হৈচে ।

**Remarriage of Widows**

সম্বাদ পুৰ্নচন্দ্ৰোদইত লিখিচে, ভাটি ক্ৰিস্ন নগৰৰ ডিপুটি মাজিষ্টৰ শ্ৰীজুত বাবু ইস্বৰ চন্দ্ৰঘোচাল নবদিপত থকা প্ৰধান প্ৰধান পণ্ডিত বিলাকক লগত লৈ বিধৱাবিলাকক বিবাহ দিবলৈ বেৱস্থা আলচ কৰিচে। তাতে কিচু মাত্ৰ পণ্ডিতে তেঁওৰ মতৰ দৰে বিধৱা বিবাহৰ বেৱস্থা দিয়াতে সেই ঠাইত মহা গণ্ড গোল হাই হৈচে ।

Murder of a Wife.

ৰঙ্গপুৰ বাৰ্ত্তাবহে লিখিছে, গত ফেব্ৰুআৰি মাহত আটি ৰঙ্গপুৰ জিলাৰ কুজৰ গঞ্জ থানাৰ অন্তৰ্গত লক্ষ্মনপুৰৰ বজাৰত, গোবৰ্দ্দাস নামেৰে এটা মানুহে আপোনাৰ তিৰোতাক ভেক অৰ্থাত এবিধ সন্ন্যাসিৰ আচাৰ লবলৈ সদাই ধৰে. কিন্তু তাই তাতে মন নাই কিয়া বুলি কোআত, মাজে মাজে তিৰি পুৰুষৰ দন্দ হই। পাচে এদিন গিৰিএকে নিচই এই কৰম কৰিম বুলি প্ৰতিগ্যা কৰি, ভেক দিয়া বৰাগিবিলাকক মাতি আনিলে। কিন্তু তাৰ তিৰোতাই তেতিয়াও পূৰ্ব্বৰ দৰে সেই কৰমত মন নাই কিয়া প্ৰকাস কৰিলত, সি একে বেলিএই খঙেৰে পূৰ হৈ আপোনাৰ হাতত এখন কুঠাৰ লৈ তাৰে কাটি তাইক মাৰিলে, আৰু সি তেতিয়াই পলাল। এই কাৰনে সেই জিলাৰ কচাৰিৰ পৰা ঠায়ে ঠায়ে পৰৱনা পঠাইছে, এই পলোআ খুনি মানুহক জি ধৰি দিব পাৰে, সি কম্পানিৰ পৰা ৫০ টকা পাব।

Live Snake in a Man's Stomach.

জনাথন স্মিথ নামেৰে এজন চাহাব গুলন্দজৰ অধিকাৰ আছিল, তেঁও আপোন কৰমৰ পৰা চই সপ্তাহ আহৰি পাই হেষ্টিংচ নামেৰে জাহাজত উঠি হিন্দুস্থান প্ৰদেসৰ পৰা ইংলণ্ডলৈ জাত্ৰা কৰিছিল। পাচে চুটিৰ দিন পূৰ হৈ গলত তেঁও চাথাম নগৰলৈ উঠি দেখিলে, তাত অনেক মিতিৰ আচে; সেই অলমেৰে তেঁও তাতে আগৰ কামত নিজোজন হৈছিল। কিছু দিনৰ পাচত তেঁওৰ পেটত ৰোগ হোআতে ওচৰত থকা আন নগৰৰ বেজৰ ঘৰলৈ গল; কিন্তু তাৰ বেজবিলাকে তেঁওৰ কি ৰোগ তাক চিনিব নোআৰাত জোআ বচৰৰ ৬ মেই তাৰিখে ম্রিত্যুৰ ২ ঘণ্টাৰ পূৰ্ব্বেই এবেগত মাৰ এটা জিয়া সাপ তেঁওৰ মুখৰ পৰা বাহিৰ হল, এই কথা বৰ আচৰিত।

পূৰ্নচন্দ্ৰোদই।

---

“বাহ্য বস্তুৰ সহিত মানবে প্ৰক্ৰিতিৰ সমন্ধ বিচাৰ উপক্ৰমিকা,” এই নামেৰে লিখা এক উত্তম বিবৰন এজন গিয়ানি লোকে আমালৈ লিখিছে, কিন্তু গধুৰ কথাৰে মিহলি হোআতে তাৰ অৰ্থ সকলোএ ভালকৈ নু বুজিব।

---

## মৌ মাখিৰ জুধ।

Horses attacked by Bees.

এজন খেতিয়কৰ মাটিত ২৫০ বাহ পোহনিয়া মৌ আছিল; তাতে কোনো এদিনত মৌৰ ওচৰত থকা গৰৰ পৰা মাটি খহাবৰ কাৰনে পাঁচোটা ঘোঁৰাই টনা এখান ৰথ গিৰিহঁতে পঠাই দিলে। কিন্তু ৰথ খেদোআ মানুহটো খেতিয়কৰ ঘৰলৈ জাব লগা হলত ঘোঁৰাবোৰক এজোপা গচত বান্ধি থৈ গল। অলপৰ পাচে কোনো কাৰনত মৌবোৰ বাহৰ পৰা ওলাই বৰ খঙেৰে ঘোঁৰাবোৰৰ গাত জুৰি পৰিলহি, তাতে ঘোঁৰাবোৰৰ ঠেঙৰ পৰা মূৰলৈকে আৰু নাকৰ ভিতৰতো ঠাই ন থকাকৈ মৌএ ঢাকি ধৰিলে। ৰথ খেদোআ মানুহটো উভতি আহি তাৰ এটা ঘোৰা মাটিত পৰি থকা আৰু আনবোৰক ৰৰকৈ ধৰ ফৰাই বাগৰি ফুৰা পালে। তাতে সি আন মানুহক ৰিঙ্গিয়ালত কেইবাটা মানুহো ওচৰলৈ আহিল, তাৰে এটাই ঘোঁৰাবোৰৰ গাৰ পৰা মৌবোৰক খেদাৰ খোজাত তাকো মৌএ ঢাকি ধৰিলে। তাতে সি মৌৰ কামোৰৰ পৰা ৰথ্যা পাবৰ হেতুকে পুখুৰিত পৰি গা মূৰ ঢাকি কিছু বেলালৈ পানিৰ তলত বুৰ মাৰি আছিল, এনে কালত এজন পাদুৰি চাহাব ঘোঁৰাবোৰৰ ওচৰে দি অহাত তেঁওকো মৌএ খেদাত তেঁৰো লৰ ধৰি পলাই গল। সেসত দুটা জুই নু মুআ মানুহক পঠোআত সিহঁতে কিবা জন্ত্ৰেৰে পানি চটিয়াই থকাত ঘোঁৰাৰ গাত থকা মৌ কেতবোৰ মৰিল, কেতবোৰ উৰি গল। মৌৰ কামোৰত ঘোঁৰাই অতি দুখ পোআত এক ঘণ্টাৰ ভিতৰতে মৰিল, তাতে মৰা মৌবোৰৰ দাম ৬০ পাউণ্ড আৰু ঘোঁৰাবোৰৰ দাম ১০০ পাউণ্ড। কিছু দিনৰ আগেয়ে সেই একে মৌএই ১৭ টা বাজ হাহৰ পোআলিও মাৰিলে।

ন. ল.ক.

## জাত্রিকৰ জাত্র. ।

The Pilgrim's Progress, Chapter 6.

খ্রিষ্টিয়ান এনে দুৰ অ... ৰ অনেক দুৰ লৈ গৈ আপোনাৰ আগেয়ে জোআ কোনো মানুহৰ মাত এই ৰূপ জেন সুনিলে, তুমি মোৰ লগত আচা, এই হেতুকে জেতিয়া ম্রিত্যুৰ চাঁয়াৰ থালৰ মাজে দি ফুৰোঁ, তেতিয়া কোনো আপদলৈ ভই ন কৰোঁ। এই কথা সুনি খ্রিষ্টিয়ান বৰ আনন্দিত হল, ইয়াৰ তিনটা কাৰন। প্রথম, সেই থলত তাৰ বাহিৰে ইস্বৰক ভই কৰা আন আন কোনো লোক আচে, ইয়াকে ভাবিলে। দুতিয় কাৰন, সিবিলাক এনে ভয়ানক অন্ধকার্মই থানত থকাতো ইস্বৰ সিবিলাকৰ লগতে আচে, ইয়াকো বুজিলে। আৰু মনত এই ৰূপে ভাবিলে, সিবিলাকৰ লগত ইস্বৰ জদি থাকে, তেন্তে এই ঠাইৰ বিঘিনিৰ কাৰনে মই তেঁওক দেখা নো পোআ হলেও কি জানি মোৰো লগত আচে। ত্রিতিয় কাৰন, অলপ মানৰ পাচে সেই মানুহক জদি লগ ধৰিব পাৰোঁ, তেন্তে মোৰ লগৰ সহাই হব, এনে আসা কৰিলে। এই ৰূপে চলি গৈ, আগেয়ে জোআটক মাতিলে; কিন্তু সিও আপোনাক অকল সৰিয়া বুলি ভাবিচিল; এই হেতুকে উতৰ দিবলৈ মন থিৰ কৰিব নোআৰিলে। ক্রমে ক্রমে ৰাতি পুআল; তেতিয়া খ্রিষ্টিয়ানে কলে, তেঁও ম্রিত্যু চাঁয়াৰ সলনি ৰাতি পুআ কৰিচে।

এই ৰূপে পুআ হলত, খ্রিষ্টিয়ানে উভতি জাবৰ ইচাবে ন হই, কিন্তু ৰাতিৰ এন্ধাৰত কি কি আপদৰ মাজে দি আহিচিল, তাক দিনৰ পহৰেৰে দেখিবৰ নিমিত্তে মুখ ঘুৰাই চাইচিল। তাতে সেই পথৰ ই দাঁতিএ থাৱৈ, সি দাঁতিএ বোকা, আৰু তাৰ মাজত বাট কেনে ঠেক, আৰু তাত থকা নৰকৰ ভুত, প্রেত, নাগ আদি সকলোকে ভাল ৰূপে দেখিবলৈ পালে। কিন্তু ৰাতি পুআলত সিইত ওচৰ নে চাপি দুৰৈত্তে থাকিল; তথাপি সাস্ত্রত জি ৰূপে লিখিচে, বোলে, তেঁও এন্ধাৰৰ মাজৰ পৰা দত থকা বস্তু প্রকাস কৰে, আৰু ম্রিত্যু চাঁয়াকো পহৰলৈ আনে, সেই ৰূপে খ্রিষ্টিয়ানৰ আগত এই সকলো প্রকাসিত হল।

সেই সকলো আপদত ৰাতি অধিক ভই পাইচিল হই, কিন্তু এতিয়া দিনৰ পহৰ হোআ হেতুকে আগতকৈ প্রকাস ৰূপে দেখি আপুনি অকলে কৰা জাত্রাৰ সকলো সঙ্কটৰ পৰা জে মুকুত পালে, এই কথাই তাৰ মন বিদাৰিলে। ক্রমে সুর্জ ওলাল, সিও খ্রিষ্টিয়ানলৈ এটি বৰ অনুগ্রহ; কিয়নো ম্রিত্যু চাঁয়া থালৰ প্রথম ভাগত অনেক সঙ্কট হলেও তাতকৈও সেস ভাগৰ সঙ্কট অধিক, ইয়াকে জানিবা এতিয়া থকা ঠাইৰ পৰা থালৰ অন্তলৈকে গোটেই বাটত ফান্দ, ফুন্দা, খোবোচা, জাল পাত্তি পুৰকৈ থোআ হৈচিল; আৰু গাত, নাদ, কুণ্ড, গৰা আদি এনেহে ঘন হৈচিল, জে প্রথম ভাগত আহাৰ নিচিনা এন্ধাৰ হোআ হলে, খ্রিষ্টিয়ানৰ জদি এহেজাৰ প্রান হই, তেও মানুহৰ বিবেচনাত অৱসে্য সকলোকে হেৰুআ লেহৈত্তেন। কিন্তু পুৰ্বে কোআৰ দৰে সুর্জ ওলাল; তাতে খ্রিষ্টিয়ানে বুলিলে, তেঁওৰ প্রদিপ মোৰ মুৰৰ ওপৰত প্রকাস হৈচে: তেঁওৰ পহৰৰ দোআৰাই এন্ধাৰৰ মাজে দি জাঁও।

সেই পহৰেৰে খ্রিষ্টিয়ান চলি গৈ থালৰ অন্তৰ ওচৰ পালে। তেতিয়া মই সমাজিকত দেখিলোঁ, সেই থালৰ অন্তত মানুহবিলাকৰ, অর্থাত এই বাটে দি পুর্বে জোআ জাত্রিক লোকৰ তেজ, হাৰ, ভস্ম, আৰু কটা চিঙ্গা সৰোৰ পৰি পৰি আচিল। ইয়াৰ কাৰন কি, এই ৰূপে ভাবি থাকোঁতে মই অলপ মান আগলৈ চাই এটা কোটৰ দেখিলোঁ। সেই কোটৰৰ ভিতৰত আগৰ কালত্তে পাপা আৰু দেও পুজক নামেৰে দুজন ৰাখ্যস বাস কৰিচিল; জিবিলাকৰ হাৰ তেজ আদি তাত আচিল, সিবিলাকক সেই ৰাখ্যসৰ পৰাক্রম আৰু বাজ অনিয়াইৰ দোআৰাই নির্দয়াৰে বধ কৰা হৈচিল। কিন্তু খ্রিষ্টিয়ান বৰ আপদে নো পোআকৈ সেই পোনে গল; তাতে মই কিচু বিস্মই মানিলোঁ, কিন্তু তাৰ পাচত এই কথা

সুনিলোঁ, দেও পূজক বাধ্যাস মৰিবৰ অনেক দিন হল, আনটো বাধ্যাস জিয়াই থাকিলেও আলৰ বুৰা হোআৰ কাৰনে আৰু ডেকা কালত সুক্ষ কৰোঁতে বৰ দুখ পোআ হেতুকে জৰ্জ্জৰিত আৰু হাৰৰ জোৰা লৰাব নোআৰে । এই হেতুকে এতিয়া সি আপোনাৰ কোটৰৰ মুখত বহি জাত্ৰিক লোক ওচৰে দি জোআ দেখি সিবিলাকক ধৰিব নোঅৰাত দাঁত সিয়ৰাই আৰু হাতৰ নখ কামোৰে মাথোন; তাত বাজে একো কৰিবৰ সক্তি নাই ।

এই ৰুপে খ্ৰিষ্টিয়ানকঁ আপোন বাটে চলি জেআ দেখিলোঁ । কিন্তু জেতিয়া কোটৰৰ দুআৰত বুৰা বাধ্যাস বহি থাকিবৰ দেখিলে,



তেতিয়া তাৰ অৰ্থে কি গুনিম, ইয়াত একো থিৰ কৰিব নোআৰিলে; কিয়নো বাধ্যাসে তাক খেদি জাবলৈ অসক্তিমন্ত হোআতো এই কথা তাক বুলিলে,—তোমোলাকৰ আৰু কেতবিলাকক নো পোৱাইলকে ভাল হব নোআৰিবা । তাতে খ্ৰিষ্টিয়ানে একো উত্তৰ নি দি থিৰ মুখেৰে চলি গৈ একো আপদে নো পোআকৈ পাৰ হল । তেতিয়া খ্ৰিষ্টিয়ানে এই গিত গান কৰিলে ।

এনে অতিসই বিপৰিত
  দুখত মই জে পাঁও উধাৰ,
ত্ৰিভুবনে এই আচৰিত,
  এইহে দেখোঁ চমত্কাৰ ।

কি নো কৰিম স্তুতি নতি?
  কি নো সুৰে ধৰিম গান?
ধন্য জি জন প্ৰেমপতি
  ৰখ্যা কৰিলে মোৰ প্ৰান ।

মই অগিয়ানি মুৰুখ অতি
  চলি জাবৰ বুধি নাই;
মোক জি জনে দিলে গতি
  মুকুট পিন্ধোক সৰ্বদাই ॥

## আমেৰিকাৰ দুই জন চিকাৰি লোকৰ বিবৰন ।

Story of two American Trappers.

কিলাৰ্ক আৰু কোলতচ নামে দুই জন চিকাৰি মানুহে উদ মাৰি তাৰ চালেৰে বেহা বেপাৰ কৰি, অনেক লাভ পোআ হেতুকে সেই দুই জন মানুহে আমেৰিকা দেসৰ পচিম কালে চিকাৰ কৰিবলৈ গৈচিল, কিন্তু তাতে আবৰি লোকৰ দেস আচিল, সেই দেসতে সোমাই, এমন নদিৰ ওচৰত উদলৈ ফান্দ পাতিলে । এক দিনা সিহঁতে ফান্দ চাবলৈ নদিএ দি উজাই জাঁওতে বামত বৰ এটা সৱদ সুনি, এই মথা মহ বুলি ভাবি, তাকে চাবলৈ নাও চলাই বামলৈ উঠিল । পাচে মহৰ সলনি অকস্মাত পাঁচ স মান নিৰ্দয়া বনুআ আবৰি লোকক সিহঁতৰ ওচৰতে দেখিলে । পাচে সিহঁতে উচাব খাই উলটি আহি নাৱত উঠি নাও মেলি পলাব খুজিলে, কিন্তু আবৰি লোকে সিহঁতৰ ওচৰলৈ আহি বামৰ পৰা হাত বাউলি দি মাতিলে । তেতিয়া সিহঁতে সিবিলাকৰ কথাত কান ন কৰি পলাবলৈ ধৰোঁতে কিলাৰ্কক যেনুএৰে কঁৰিয়ালে । পাচে তাৰ গাত কাঁড় লাগিলত সি এটাহ পাৰি, মোৰ খুন হল বুলি হাতত বন্দুক লৈ, জি জনে তেঁওক সৰ কৰিলে, সেই জনক এক খন্তেকতে বধ কৰিলে । তেতিয়া

সকলো আৱৰিবিলাকে আপোনাৰ বন্ধুৰ মৰন দেখি, ক্রোধেৰে প্রজ্বলিত হৈ, একে বেলিএ কিলাকৰ গাত পাঁচ স কাঁড় চাপি দিলত তাৰ গোটেইতো গা থকা সৰকা কৰি পেলালে । পাচে কোলম্বচে তাকে দেখি ভই পাই, নাৱৰ পৰা গৈ সি আপোনাকে আৱৰিবিলাকৰ হাতত সোধাই দিলে, তেতিয়া আৱৰিবিলাকে গোট খাই কি প্রকাৰে তাক মাৰিম বুলি, আলচ কৰিলে । পাচে সিইঁতৰ মাজৰ এজনে কোলম্বচক সেই পাঁচ স লোকৰ মাজৰ পৰা আতৰাই নি সুধিলে, বোলে, তুমি বৰ লক্ষ মানুহ নে? কোলম্বচে সেই দেশত ভালেমান দিন থকাৰ কাৰনে সিইঁতৰ কেনে মন্তুৰ তাক কিছুমান জানিছিল । তেতিয়া সি এনে কথা সুনিলে, তেতিয়া মনতে ভাবি আপোনাৰ প্রান ৰখ্যা কৰিবলৈ লৰ মাৰি পলাব লাগে বুলি থিৰ কৰিলে । এই নিমিত্তে সি মিচা উত্তৰ দি কলে, বোলে, মই একেৰিও লৰিব নোআৰোঁ । তেতিয়া সেই আৱৰে তাক আৰু দুই তিনি পুৰা মান মাটিৰ আঁতৰলৈ নি বান্ধৰ পৰা মুকলি কৰি কলে, এতিয়া ভই আপোনাক উধাৰ কৰ । এনে কথা সুনি কোলম্বচে লৰ মাৰি গল; তেতিয়া তাক লৰিবৰ দেখিলে, তেতিয়া সকলো আৱৰিবিলাকে হাতে পতি জাঠি লৈ তাৰ পাচে পাচে খেদি গল । কোলম্বচৰ ভৰিত অনেক কাঁইত আৰু হুল জোঙ্গে ফুটিলত বৰ দুখ পালে, তথাপি দুখক দুখ নু বুলি আৰু উভতি চাবলৈকো সাহ নে পাই কেৱল লৰি লৰি থাকিল । পাচে ভালেমান দৈ পাচৰ ফাললৈ উভতি চাই দেখিলে, প্রাই সকলো আৱৰি লোক বৰ পাচ পৰিল, কেৱল দুই এক জন মান তাৰ পাচে পাচে খেদি আহিছে । তাকে দেখি তেতিয়া সি ৰখ্যা পাম বুলি আসা কৰি, প্রানক টাকি লবোঁতে কোলম্বচৰ নাক মুখ আৰু চকুৰ পৰা তেজ ওলাল, তথাপি লৰি লৰি গৈ পুনৰাই উভতি পাচলৈ চাই, এটা আৱৰক তাৰ পৰা এক স হাতৰ অধিক আঁতৰ ন হই । তাকে দেখি কোলম্বচে একো উপাই নে পাই, একে বেলিএ উভতি চাই, দুয়ো হাত মেলি থাকিল । আৱৰে তাকে দেখি ৰিঙ্গাই হৈ উচাৰ খাই থমকি ৰৈ, তেঁওৰ গালৈ জাঠি দলিয়াওতে, আৱৰ আপুনি পিছল হৈ মাটিত পৰিল । পাচে সেই জাঠি কোলম্বচৰ ভৰিৰ ওচৰত মাটিত খোচ খাই, আগ ভোখৰ চিগিল । তেঁও সিদ্ধে সেই চিগা জাঠি ধৰি তাক খোচ মাৰি পুনৰাই লৰিলে । পাচে আৱৰি লোক আহি তেতিয়া সিইঁতৰ এজন ভাইৰ মৰা স দেখি লেহি, তেতিয়া সিইঁতে ৰবকৈ এটাহ পাৰি, কিচুমান থমকি ৰল । কোলম্বচে হুলে লৰি গৈ এমন নদি পাই তাতে উঠি অহা গচৰ ভুঁৰ এখন পাই তাৰ তললৈ বুৰ মাৰি সোমাল, আৰু কোনো উপায়েৰে গচৰ মাজে দি মুৰ উলিয়াই তাতে থাকিল । পাচে আৱৰিবিলাকে ৰবকৈ চিয়ৰ মাৰি, তাক বিচাৰি আহিল । আৰু সেই দিনৰ দিনটো ভুঁৰৰ গচৰ মাজত কেতিয়াবা কেতিয়াবা কোলম্বচে সিইঁতৰ ভৰি দেখি কি জানি জুই লগাই ভুঁৰ পোৰে বুলি বৰ বিয়াকুল হৈ কম্পানেৰে সেই দিন তাতে নিয়ালে, পাচে গধুলি বেলিকা আৱৰি লোকৰ সবদ আৰু সি নু সুনি পুনৰাই বুৰ মাৰি গচৰ মাজৰ পৰা ওলাই সোঁতত পৰি সাতুৰিএই তিনি মাইল ভটিয়াই গৈ কোঁচ পাই ৰখ্যা পৰিল ।

আ



আমেৰিকা দেসৰ আদি বাসি লোক ।

## জুধত ৰখা পোৱা।

Life preserved by a Bible.

"হে পৰম ইশ্বৰ, জুধত তুমি মোৰ মুৰ ঢাকিচা।"

চামুএল প্ৰক্তৰ নামে এজন ইংৰাজি মানুহ আছিল তেঁও আপোন পিত্ৰি মাত্ৰিৰ পৰা ইশ্বৰক আৰধনা কৰিবলৈ সিকি, ধৰম কৰমত অতি প্ৰিতি আছিল। তেঁও জৌৱন কালত সেনাবিলাকৰ মাজত সোমাল, তথাপি সেনাবিলাকৰ দৰে তেঁওৰ মন নাচিল, কিয়নো তেঁও লৰা কালৰে পৰা ধৰম সাস্ত্ৰ ভালকৈ সিকাত, সেই কথা তেঁওৰ মনৰ পৰা কেতিয়াও পাহৰি ন লগ। কিন্তু তেঁও জি ঠাইত থাকোক বা নে থাকোক, পৰম ইশ্বৰৰ ভক্তি কৰিবলৈ তেঁও কেতিয়াও খতি ন কৰে। পাচে ১৮১৫ খ্ৰী কত নেডৰলণ্ড দেসৰ ওআতৰলু পথাৰত ফ্ৰাঞ্চি আৰু ইংৰাজি সেনাবিলাকে সৈতে ঘোৰ ভয়ানক জুধ হৈছিল, তাৰ মাজতে সেই প্ৰক্তৰ জাহাৰো আছিল। পাচে গধুলি হলত ফ্ৰাঞ্চি সেনাবিলাকক হাৰিৰ মাজৰ পৰা খেদাবলৈ ইংৰাজি সেনাপতিএ আপোন সেনাক আগ্যা দিলে। পাচে সিবিলাকে সিইতক খেদিবলৈ জাঁওতে জাঁওতে অকস্মাত সত্ৰুবিলাকৰ পৰা এটা গুলি আহি প্ৰক্তৰ চাহাবৰ তল পেটত লাগিলত তেঁও অলপমান আঁতৰ হৈ মাটিত পৰিল। কিন্তু তেঁওৰ এনে দুখ কৰ পৰা হল, তাক তেঁও নে জানিলে। পাচে জুধ ভগাৰ পাচত তেঁও পৰ্চ্ছিবৰ নিমিত্তে আপোনাৰ জোলোঙাৰ পৰা ধৰম সাস্ত্ৰ উলিয়াই দেখিলে, ধৰম সাস্ত্ৰৰ একাল পাত বিন্ধি তাৰ মাজতে এটা গুলি আছিল। তাতে তাত থকা সকলো লোকেই তাকে দেখি বুলিলে, সেই ঠাইত জদি ধৰম সাস্ত্ৰ ন থকা হলে, তেঁও অৱস্যে মৰিলহেঁতেন। পাচে তেঁও আপোন দেসলৈ ঘুৰি আহি পৰম ইশ্বৰক প্ৰেম ভক্তি কৰি, অতি সাৱধানে সেই ধৰম সাস্ত্ৰ আপোনাৰ ঘৰত থলে। আৰু জি কোনোএ তেঁওৰ ঘৰলৈ আহে, সেই সকলোৰে আগতে কই; এই ধৰম সাস্ত্ৰই মোক দুই আপদৰ পৰা ৰখ্যা কৰিলে।

প্ৰথম এয়ে, নৰক জোগ্য আৰু অগিয়ানি, পাপ আৰু জগতৰ সকলো আপদৰ পৰা মোক ৰখ্যা কৰিলে।

দুতিয়, ফ্ৰাঞ্চিৰ সেনাৰ গুলিৰ পৰা মোক ৰখ্যা কৰিলে। এই নিমিত্তে জিমান দিন জিয়াই থাকিম, সিমান দিন এই ধৰম সাস্ত্ৰ তিয়াগ ন কৰোঁ।

এই নিমিত্তে হে মোৰ প্ৰিয় মিত্ৰিৰ সকল, জি ৰূপে সেই মানুহে অঙ্গিকাৰ কৰিলে, "এই ধৰম সাস্ত্ৰক কেতিয়াও নেৰোঁ বুলি," সেই ৰূপে আমিও পৰম ইশ্বৰক তিয়াগ ন কৰোঁ, সদাই তেঁওত বিশ্বাস কৰি থাকিম। আৰু জি ৰূপে সেই মানুহক দুই আপদৰ পৰা ৰখ্যা কৰিলে, সেই ৰূপে জি সকলোএ ধৰম সাস্ত্ৰত ৰতি কৰিব, সেই সকলোকে ইহকালত আৰু পৰকালত উধাৰ আৰু ৰখ্যা কৰিব, তাতে তোমোলাকে ইশ্বৰৰ সন্তান বোলা হবা; এই জি কথা ধৰম সাস্ত্ৰত আচে, সেয়ে তোমোলাকত সিধি হব। আমাৰ প্ৰভুৰ ৰাজ্য প্ৰিথিবিৰ চাৰিও ফালে জই হৈচে। তেঁওৰ মহিমা মানুহৰ চকুত প্ৰকাস হৈচে; এই নিমিত্তে সুনি পালম কৰিলে তোমোলাকৰ পাপ অগনন হব, আৰু কেতিয়াও পাপৰ পৰা নিস্তাৰ নে পাবা, স ই ইশ্বৰৰ ক্ৰোধ ভুঞ্জিবা; তাতে তোমোলাকৰ নৰকৰ সোকে খাব। এই নিমিত্তে সোন কালে প্ৰভু য়িচুত বিশ্বাস কৰা। মুক্তগ্ৰি।



## কিৰ্ত্তন কৰাৰ কথা ।

A Missionary Journal.

নবেম্বৰৰ ১০ তাৰিখে আমি তেজপুৰৰ উত্তৰ পচিম চুকে থকা গাঁওবিলাকৰ মানুহৰ মাজত প্ৰভু যিচু খ্ৰিষ্টৰ সুভ বাত্ৰাৰ কথা কিৰ্ত্তন কৰিবৰ মনেৰে জাত্ৰা কৰিলোঁ । তাৰে কোনো কোনো ঘটনাৰ কথা লিখিবৰ ইচা হোআত সংখেপে লিখি জনাব খুজিলোঁ । সেই সকল কথা মোৰ বিবৰনৰ পুথিত লিখিবলৈ নো হোআত জি জি কথা মনেৰে ভাবনা কৰি সোঁৱৰনত আছিচে, তাকেহে ভলত লিখিলোঁ ।

প্ৰথমে আমি গৈ মৰপি মৌজাৰ নাম ঘৰত দু ৰাতি ৰলোঁ । তাতে ব্ৰম্মা, বিষ্ণু, আৰু গোবিন্দ, এই তিনি মুৰ্ত্তি আচে । এটা কাঠৰ, আৰু দুটা পিতলৰ বা কাঁহৰ; তাক কাপৰেৰে ঢাকি থোআত ভালকৈ দেখিবলৈ ন হল । তাত থাকোঁতে এদিনা ৰাতি পুআতে সাত কি আঠ বজাৰ সময়ত, মই চাউল সিজাই নাম ঘৰৰ পিৰালিত থিয় হৈ আছিলোঁ, চাহাবে হাজিৰি খাইছিল । এনে সময়তে এটা গনক মানুহে আহি মোক সুধিলে, বোলে, চাহাব ইয়ালৈ কিয় আহিচে ? মই কলোঁ, বোলোঁ, চাহাবে তোমোলাকৰ আগত সত্য পৰম ইশ্বৰৰ কথা কিৰ্ত্তন কৰিবলৈ আহিচে । তাতে সি উত্তৰ দিলে, বোলে, আমাৰ জানো পৰম ইশ্বৰ নাই ? মই বুলিলোঁ, তোমোলাকৰ পৰম ইশ্বৰ হোআ হলে তোমোলাকে সিল, কাঠ এইবিলাকৰ মুৰ্ত্তি সাজি তাৰ আগত আঠু পাৰি সেৱা কিয় কৰিবা ? সেই ঠাইতে নাম ঘৰৰ পানি পোতাৰ কুআত, চাহাবৰ মচালচিএ মলা ধঁপাত হুপি হোঁকাটো ওলোমাই থৈচিলে; সেই গনক মানুহটে তাকে চুই বুলিলে, আমি এই হোঁকাটোকে ইশ্বৰ বুলি মানিচোঁ । তুমি কি আমাক এক নতুন ইশ্বৰক চিনাবলৈ আহিচা নে ? আমি তাক নে মানোঁ, হোঁকাটোকেই মানিম । পাচে মই কলোঁ, জদি তুমি হোঁকাটোকে ইশ্বৰ বুলিচা, তেন্তে কাঠ পিতলৰ মুৰ্ত্তি সাজি নাম ঘৰত থৈ সিবিলাকক সেৱা কৰা কিয় ? হোঁকাটো থৈ তাকেই সেৱা কৰিব লাগিচিল । তাৰ দু দিনৰ পাচে আমাৰ তাম্বু ঘৰ তুলি সেই ঠাইৰ পৰা অলপ নিলগত ৰলোঁ । ১৫ দিন মান সেই ঠাইত থাকি, তাত থকা সকলো গাঁৱৰ ঘৰে ঘৰে গৈ গৈ ত্ৰান কৰ্ত্তাৰ কথা কিৰ্ত্তন কৰিলোঁ । জিবিলাকে সত্য ধৰম আৰু ত্ৰান কৰ্ত্তা যিচু খ্ৰিষ্টৰ কথা সত্য বুলি মানি সৈ কৰে, এনে অনেক মানুহক লগ পালোঁ । আমি এদিন দিপুতাৰ আলি বস্তা চাৰি স কি পাঁচ স মানুহৰ আগত প্ৰভু যিচু খ্ৰিষ্টৰ কথা কিৰ্ত্তন কৰিলোঁ । আৰু আমি তিনটা মান গিত গাই সুনালো, তাতে অনেকে মন দি সুনিলে; আৰু অনেকে আহি আমাৰ পৰা ধৰম সাস্ত্ৰৰ পুথি খুজি খুজি নিলে ।

সেই মৌজাত থাকোঁতেই এজন গৰ্ব্নমেণ্টৰ ইস্কুল পণ্ডিতে আহি মই চাউল সিজোআ ঠাই কিচু দুৰৈত থিয় হলহি । তেঁও বামুন আছিল ক্ৰমে ক্ৰমে মই তেঁওৰে সৈতে ধৰমৰ কথা কবলৈ আৰম্ভন কৰিলত তেঁও কলে, বোলে আন আন মানুহে সেই ধৰম ললে আমিও লম । আৰু আন এদিনা কলে, বোলে, কম্পানিএ জদি হুকুম দিএ, তেন্তে আমি আটায়ে খ্ৰিষ্টিয়ান হম । হাই, হাই, দেখাচোন, কিমান মানুহে আন লোকলৈ বাট চাই আপোনাৰ জিৱৰ পৰিত্ৰান হেৰুআবলৈ কাৰ্বাৰ কৰিচে ।

আৰু এদিনা আমি ডেকা চুবুৰিৰ গাঁৱত কালৈ কিৰ্ত্তন কৰিবলৈ গলোঁ, সেই গাঁৱত গোপাল ঠাকুৰৰ মুৰ্ত্তি থকা এটা নাম ঘৰ আচিল; সেই ঘৰতে বামুন পোৰোহিত, আৰু গোসাঁই কেই জন মানেও হোম জগ্য আদি কৰম কৰিচিল । এনেতে আমি সেই ঠাইত গৈ ওলালোঁ, সিবিলাকে আমাক নাম ঘৰত বহিবলৈ দিয়াত, মুৰ্ত্তি থকা পোনে মুখা মুখিকৈ দুআৰ মুখতে বহিলোঁ, আমি সিবিলাকত সুধিলোঁ, তোমোলাকে কি কৰিচাইক ? সিবিলাকে কলে, আমি ইশ্বৰলৈ বস্তু উচৰ্গিচো । আমি সুধিলোঁ, ইশ্বৰ দ্ৰিস্য নে অদ্ৰিস্য ? সিবিলাকে কলে অদ্ৰিস্য । আমি কলোঁ, হই এয়ে সত্য কথা । তেঁও অদ্ৰিস্য, তেঁওক কোনেও দেখা

নাই, কিন্তু তেঁও সকলোকে দেখে; তেঁওৰ আগত সকলো দ্রিস্য জদি তেঁও অদ্রিস্য অর্থাত তেঁওক কোনেও দেখা নে পাই আৰু দেখাও নাই তেন্তে তেঁওৰ আকাৰ এনে বা তেনে হই, এই বুলি তেঁওৰ মূর্ত্তি কেনেকৈ সাজিচা? সিবিলাকে কলে, বোলে, আমি মূর্ত্তিৰ আগত নি দিয়াকৈ আৰু তাৰ আগত সেৱা ন কৰি কেনেকৈ ইশ্বৰক সেৱা কৰিম? পাচে আমি কলোঁ, বোলোঁ, দেখা, ইশ্বৰে তোমাৰ আত্মা, মন, কান, চকু, নাক সকলোকে সৃজিচে। সিবিলাকে কলে, হই। বাৰু, জি জনে তোমাক সুনিবলৈ কান সৃজিলে, তেঁও নো তোমাৰ কথা নু সুনিব নে! জি জনে তোমাৰ বুজিবলৈ গিয়ান দিচে, তেঁও নো তোমাৰ কথা নে জানিব নে? জি জনে তোমাৰ চকু সৃজিলে, তুমি তেঁওলৈ কি কি কৰিচা, তাক নো নে দেখিব নে! তুমি জে কাঠৰ মূর্ত্তি সাজি অপ্রানি বস্তুৰ আগত ইশ্বৰ বুলি সেৱা কৰিচা।

পাচে আমি আৰুও কলোঁ, জি জনে স্বর্গ মর্ত্ত্য পতাল আদি কৰি তিনিও ভূবনক সৃজিচে, এনে জি সর্বসক্তিমন্ত ইশ্বৰ, তুমি তেঁওৰ সৃজা বস্তুৰ পৰা এডোখৰ নকচা কাটি, ইশ্বৰ ইয়াতে নিবাস কৰিব বুলি আৰু আমাৰ নৈবেদ্যৰ ঘ্রান লব বুলি ভাবিচা নে! গোটেই খন জগত তেঁওৰ ন হই নে? তেঁওৰ থকা ঠাই নাই নে! তেঁও এনে কুচিত মূর্ত্তিত থাকিব নে! আৰু জি জনে আমি অধম মনুস্যে সুখে থাই লৈ থাকি তেঁওৰ গুন গাবলৈ আমাক জিৱনৰ উপাইৰ নানা বিধ খোৱা আহাৰ আৰু বস্ত্র দিচে। এনে বস্তুৰ পৰা তুমি এমুঠি চাউল দি তেঁওক সুক্রসা কৰি কেনেকৈ সন্তুষ্ট কৰিব পাৰা? জেনেকৈ এজন দয়াৱন্ত ধনবান মানুহে কোনো দুখিয়া এটাক দায়া কৰি তাৰ দুখ দেখিব নোআৰি এক লাখ টকা দিলে; তাতে সি জদি বুৰি আৰুও তাৰ পৰা এটা পাই আনি তেঁওক দি কই, এই পাইটো মই আপোনাৰ তাৰলৈ ভেঁটি আনিচোঁ, আপুনি সন্তুষ্ট হওক। তাতে তেঁও কব, মই তোক দুখিয়া দেখি এই মান টকা দায়া কৰি দিচোঁ, তই পাই এটা আনি মোক সন্তুষ্ট কৰিব পাৰ নে? আটাই খনি ৰূপ মোৰ ন হই নে?

পাচে সেই ৰূপে তাত কির্ত্তন কৰি কৰি ১৫ দিন মান তাত থাকি তাৰ পৰা পিঠাখোৱা মৌজাত ৰলোঁ। তাতে প্রাই এমাহ মান থাকি, তাতো নাম ঘৰে নাম ঘৰে গোসাঁইবিলাক, আৰু ভকত, আৰু ৰায়তৰ ঘৰে ঘৰে কির্ত্তন কৰি কৰি ফুৰিলোঁ।

বাঁহবাৰি গাঁৱৰ এক মানুহৰ ঘৰত বিয়া সভা কৰাইচিল, আৰু মানুহক ভোজ খুআই চিল। তাতো দু কুৰি মান মানুহৰ আগত ত্রান কর্ত্তা প্রভু য়িচু খ্রিষ্টৰ কথা কির্ত্তন কৰিলোঁ। আৰু সেই মৌজাৰ নমাটি গাঁৱত নাম ঘৰত গোসাঁইবিলাকে মানুহ গোট খুআই তাত সভা কৰিচিল, তাতো ভালেমান মানুহৰ আগত নাম ঘৰৰ দুআৰ মুখত থিয় হৈ, সিবিলাকে কৰা কৰম সকলো বিফল হৈচে, তাৰে জে পৰিত্রান নে পাই এনে কথা ভালেমান প্রমানেৰে বুজালো। সেই পিঠাখোৱা মৌজাত জিবিলাকে সত্য ধৰমৰ কথা ভাল পাই গ্রহন কৰিবৰ ইচা আচে, এনে অনেক মানুহক লগ পালোঁ; জদি সিহঁতৰ মাজত কোনো সাহিয়াল হোৱা হলে, তেন্তে স্বৰূপকৈ ত্রান কর্ত্তাৰ নাম প্রকাস ৰূপে লৈ কার্হিলেহেঁতেন। আৰু এদিনা এজন প্রাই খ্রিষ্টিয়ান হোৱা মানুহৰ ঘৰত আমাৰ লৰাবিলাক আৰু আমি লৈ গিত গালোঁ, প্রার্থনা কৰিলোঁ। তাতে অনেক মানুহ গোট খাইচিল, তাৰ পৰিয়ালে লৈতে সকলোএ সুনিলে; আৰু সেই মানুহে আহি আমাৰ পৰা নতুন নিয়ম এখন খুজি নিলে; আমি সেই মৌজাতে বহুত বহুত সাস্ত্র বিলাই দিলোঁ। এদিন এটা মানুহে আহি সুধিলে, আমি কেনেকৈ পৰিত্রান পাম? আমি কলোঁ, য়িচু খ্রিষ্টত বিশ্বাস কৰা। সেই ৰূপে আমি ইশ্বৰৰ বাক্যৰ কথা সকলোৰে আগত কির্ত্তন কৰি কৰি, ডিচেম্বৰৰ ১৭ কি ১৮ তাৰিখে তেজপুৰলৈ ঘৰ দিনৰ কাৰনে আহিলোঁ। ৰ. ৰ.

## অচম দেসৰ জুবা মচলমান সকলক প্ৰতি নিবেদন পত্ৰ ।

Letter to Mussalmans.

প্ৰিয় বন্ধু সকল,

কিচুমান ভাল কথা কবৰ কাৰন মোৰ মন চলিচে, মই কি কঁও তোমোলাকে মন দি সুনিবা । মই দেখোঁ, জেনেকৈ বখিয়া নো হোআ তেৰা চাগলি বাট এৰি অবাটে জাই, তেনেকৈ তোমোলাকেও অবাটে ফুৰাইক; কিন্তু পাপৰ বাটেৰে দুখ দিবলৈ নিএ, আৰু তোমোলাকৰ কোৰান পুথিত অনেক সদ উপদেস লিখিচে; তোমোলাকে সেই সকল উপদেস কথা জানা নে, আৰু মানা নে । এহেজাৰ বচৰ হল তোমোলাকৰ ভবিস্যত বক্তাই আৰবিয়া দেসৰ মানুহবিলাকক সিইতৰ পাপ কৰমৰ ভোগ ভুগ্নি পাপ কৰিবলৈ এৰি ভাল সদাচাৰি মানুহ হবলৈ কৈচিলে; তেতিয়া সিবিলাকে তেঁওৰ কথা সুনিলে, আৰু বেয়া পাপি আচাৰ এৰিলে । আৰু তেঁও মচলমান সকলক নটিনি আৰু বহুত তিৰোতা ৰাখিবলৈ নিসেধ কৰিলে । উপজিবৰ দিনৰ পৰা মৰিবৰ দিনলৈকে অৰ্থাত জিৱতদসাৰ ভিতৰত কেৱল চাৰি জনিতকৈ অধিক তিৰোতা ৰাখিব নে পাই । আৰু তোমোলাকৰ মানুহবিলাকৰ সেই ভবিস্যত বক্তাৰ দিন অবধি এক্কে জনা সত্য ইস্বৰৰ প্ৰতি গিয়ান বাৰ্হিচে । ইস্বৰে মুনিহ তিৰোতা দুইকো সমানে স্ৰুজিচে, সেই কাৰন তেঁওৰ আগ্যা আচে, জে প্ৰত্যেক মানুহে কেৱল একো জনিহে তিৰোতা বিয়া কৰাব পাই, আৰু তিৰোতা সকলেও একোটাহে গিৰিএক লব পাই, এই ৰিতিতকৈ সৰহ হলে বৰ বেয়া আৰু পাপ হই । আৰু পুৰুসবিলাক মৰিলে জেনেকৈ জিৱাত্মা থাকে, তেনেকৈ তিৰোতা সকলৰো থাকে । এই কাৰনে সাহিয়াল আৰু ভাল মানুহ সমস্তে তিৰোতাক বৰকৈ মান কৰে, আৰু তেঁওবিলাকক বৰ ম্ৰিদু আৰু কোমল কথা কই; কিন্তু ভয়াতুৰ আৰু সৰু সামান্য মানুহবিলাকেহে তিৰোতা মানুহ সকলক লঘু অমৰ্জাত আৰু কঠোৰ বেৱহাৰ কৰে । হে বন্ধু সকল, মন কৰি চোআচোন বাৰু, ইস্বৰহে চিৰ দায়াবু আৰু নিৰ্ম্মল বস্তু, এতেকে তেঁও পৰকালত পাপৰ দণ্ড ন কৰাকৈ কেতিয়াও নেৰিব, তেঁও ৰাতিএ দিনে ঘৰে বাহিৰে সকলোকে দেখে, সকলোকে সুনে, আৰু সকলোকে জানে । তোমোলাকৰ ওচৰ চুবুৰিয়াৰ মৰনৰ দোআৰাই তোমোলাকক পাপ এৰিবৰ কাৰন বাৰম্বাৰ সাৱধান কৰে, জাৰ দ্বাৰা কটৌ তোমোলাকে সহাই হৈ মাটিৰ ভিতৰত সোৰ দিয়া । এতেকে সেই দিন আহিচে, জি দিনত তোমোলাক সকলোৰে আত্মাক এবাৰ মৰম হব; আৰু মৰনৰ পাচত ইস্বৰৰ বিচাৰো হব । তোমোলাকৰ জিৱাত্মা জিয়াই থাকিব আৰু তোমোলাকে প্ৰিথিৱিত জি সদ অসদ কৰম কৰা, সেই অনুসাৰে তোমোলাকক বেৱহাৰ কৰিব । তেতিয়াই নিৰ্ম্মল অৰ্থাত পাপ ন কৰা মানুহবিলাকে সুখ পাব, আৰু মলিন অৰ্থাত পাপি মানুহবিলাকে দুখ পাব । আৰু গুআহাটি নগৰত এতিয়াও বহুত বেয়া আৰু অসদ ৰিতি আচে; অসুচি তিৰোতাই নাচে আৰু অবাস্য গিত গাই, নট সাজো আচে । আৰু বিবাহ আদি কৰম সকলত নটিনি তিৰোতাক নিমন্ত্ৰন কৰে, আৰু মুনিহ মানুহবিলাকেও আপোনাৰ ঘৰ বাৰি লৰা তিৰোতাৰ এৰি কেৱল অসদ আৰু কুসঙ্গতে থাকি ৰাতি পুআই । আৰু এই জিৱন অৰ্থাত পৰমায়ুস কেৱল চুঁটি, জেনেকৈ জাৰ কালি ৰাতি পুআই নিয়ৰবিলাক এখন্তেক মান থাকিএ সমি জাই, তেনেকৈ ইও জাই । কিন্তু সি খান সংসাৰৰ জিৱন হলে সদাই থাকিব; এই কাৰনে হে মোৰ প্ৰিয় জুবা বন্ধু সকল, তোমোলাকে পাপ পৰিতিয়াগ কৰি অসদ সঙ্গৰ পৰা দুৰৈ হবাইক । আৰু তোমোলাকৰ মুখ তোমোলাকৰ হাত আৰু তোমোলাকৰ চকু আদি কৰি সকলো সৰিলকে নিষ্পাপি আৰু নিৰ্ম্মলকৈ ৰাখিবাইক; ইস্বৰক স্মৰন কৰিবা, ম্ৰিত্যু আৰু পৰম ইস্বৰৰ বিচাৰ আৰু স্বৰ্গ নৰক এই সকলকো ভাবি চাবাইক ।

গুআহাটি মোকামত থকা তোমোলাকৰ অতি বিস্বাসৰ মিত্ৰ

শ্ৰীযুত বাবট ব্ৰেন্দ পাচুৰি চাহাব



ধৰি কামুৰি আছে, সিইতৰ কেতবোৰক বৰকৈ কামুৰি মা লগোআত মাটিত পৰি কান্দি আছে, কোনোএ লৰ মাৰিছে, আৰু এটা ডেকা মানুহে ভবিস্যত বক্তাৰ ওচৰলৈ লৰি গৈছে। সিইতৰ দুষ্ট কৰম দেখি ইশ্বৰে সিইতক সাস্তি দিবৰ নিমিত্তেহে হিংসক জন্তুৰ দোআৰাই এনে দুখ দিয়ালে।

মোৰ প্রিয় লৰাবিলাক, তোমোলাকে এনে কথা পঢ়ি মনত ভই নো পোআ নে? ইশ্বৰৰ অহিতে পাপ কৰিবলৈ বৰ ভই কৰিব লাগে; কিয়নো তোমোলাকে জি জি পাপ কৰা, ইশ্বৰে তাৰ সাস্তি দিব, ইয়াক মনত ৰাখিবা। তোমোলাকে জেতিয়া আপোন পিত্রি মাত্রিৰ আগ্যা ভাঙ্গা, তেতিয়া সিবিলাকে আচাৰিৰে অলপ সাস্তি দিএ, তাতে বৰ দুখ পালো বুলি জানা; কিন্তু জেতিয়া ইশ্বৰে তোমোলাকক সাস্তি দিএ, তেতিয়া পিত্রি মাত্রিৰ দৰে হাতত আচাৰি ধৰি দুটা চাইটা কোব নে মাৰে। তেঁও অনেক ভাৰে সাস্তি দিএ, কেতিয়াবা তোমোলালৈ জৰ, নৰিয়া, আৰু কিবা বিসম ৰোগ পঠাই, তাতে তোমোলাকে বহু দিনলৈ অতি দুখ পাই কেঁকাই থাকা; এনে দুখকে ইশ্বৰৰ সাস্তি বোলে। হে মোৰ অতি প্রিয় সকল, এনে সাস্তি পাবলৈ তোমোলাকে পাপ ন কৰিবা, আৰু ধৰমি মানুহক দেখা পালে নিন্দা ন কৰি অতি সমাদৰ কৰিবা; কিয়নো ইশ্বৰে কৈচে, জি মানুহবোৰে ধৰমি লোকক নিন্দা কৰে বা দুখ দিএ, সি মোকেহে দুখ দিএ। আৰু এটা কথালৈ মন কৰিবা, মানুহে সিকিবৰ কাৰনে ইশ্বৰে নানা বিধ ৰোগ বিয়াধিৰ দোআৰাই সাস্তি দিএ, কিন্তু পাচত মন পালটাই কুকৰম নেৰিলে, সেই কুকৰমৰ বেচ ইশ্বৰে অনন্ত মৰন অর্থাত অনন্ত নৰকৰ সাস্তি দিব। এনে সাস্তি পাবলৈ তোমোলাকৰ কাৰ

## অৰুনোদই পঢ়া লৰাবিলাকলৈ।

For the little Children who read the Orunudoi.

হে অৰুনোদই পঢ়া লৰা চোআলিবিলাক, তোমোলাকে ওপৰত কিহৰ নকচা দেখিচা? জেতিয়া তোমোলাকে অৰুনোদই মেলি এই নকচা দেখিবা, তেতিয়া এইটো কিহৰ নকচা বুলি কি জানি ইটে সিটে সোধা সোধি কৰিবা। আৰু কোনোএ কব, ইয়াত কেতবোৰ লৰা ভয়েৰে লৰ মাৰি পলাইচে, আৰু দুৰৈত এজন বুৰা মানুহে হাতত লাখুটি ধৰি লৰাবোৰলৈ চাই আছে, আন এটা লৰাই তেঁওৰ ওচৰলৈ বৰ বেগেৰে লৰি গৈচে। হই, তোমোলাকে জি কোআ কুই কৰিচা, সেয়ে স্বৰুপ হই। তথাপি মই এই নকচাৰ কাৰন কিচু তোমোলাকৰ আগত বহললৈ লিখি বুজাও।

এই কথা য়িহুদা দেসৰ ভিতৰত ঘটিচিল। এলিস্যা নামে ইশ্বৰৰ এজন ভবিস্যত বক্তা আছিল, তেঁও কোনো এদিনত গাঁৱৰ মাজে দি জুবোঁতে এমধা দুর্জন লৰাই তেঁওক দেখা পাই, এই ৰুপে তেঁওক নিন্দা কৰি কলে, "হে তপা মুৰা, হে তপা মুৰা, গুচি জোআ, গুচি জোআ।' এই ৰুপে কোআত ভবিস্যত বক্তাই সিইতলৈ ঘুৰি চাই, ইশ্বৰৰ নামে সিইতক সাও দিলে; তাতে হাবিৰ মাজৰ পৰা দুজনি মাইকি ভালুক ওলাই দুকুৰি লৰা কামুৰিলে। তাৰে নকচা ওপৰত দিয়া হৈছে; তোমোলাকে চাই দেখা, দুজনি ভালুকে কি ৰুপে লৰাবোৰক

মন আচে? মই ভাবিচোঁ, কোনোএ ইচা ন কৰে, কিন্তু ইচা ন কৰিলেও জদি পাপ কৰম কৰা, তেন্তে নিচয়ে ইস্বৰৰ দণ্ড ভোগ কৰিব লাগিব। এই হেতুকে ইস্বৰৰ অহিতে নভুবা তেঁওৰ ধৰমি লোকৰ অহিতেই পাপ কৰিবলৈ ভই কৰা; তেনে কৰিলে, তোমোলাকো সাধু লোক হৈ ইস্বৰৰ সন্তান হবা। ন. ল. ফ.



## পাকৈ ঢোঁৰা চৰাইৰ বিবৰন।

**The Hornbill.**

বঙ্গাল দেসত এই চৰাইটোক ধনেস্বৰ পখি বুলি কই; এই অচমিয়া লোকে প্রায়ে পাকৈ ঢোঁৰা বোলে। চৰাইটোৰ বৰন গাৰ ওপৰৰ ৰব পাখিবোৰ ঢোঁৰা কাউৰিৰ নিচিনা কলা, তাৰ মাজৰ পাখিবিলাক হলে কলাৰে বগাৰে মিহলি; গাৰ কালৰ ভোখৰ বগা, আগৰ কালৰ ভোখৰো বগা। তাৰ পাখিৰ তলৰ অৰ্থাত ডেউকাৰ তলৰ সৰু সৰু পাখিবিলাক সুধ বগা, গলধন এবেগত মান দিঘল হব; ঠোঁটটো হেঙ্গুল হাইতাল গোটালে জেনেকুআ বৰন হই, ঠোঁটৰ বৰন তেনেকুআ; আৰু সেই ঠোঁটৰ গুৰি কাল বহল চেপেটা আৰু এখোপ ঠোঁটৰ ... আচে, সিও হাইতাল বৰনিয়া। আগলি ... এখৰ সৰু চেপেটা, আম্দাজ পাই এহাত ... দিঘল হব। ঠোঁটৰ অলপ ... তলত এটা জঁট আচে। ভৰি দুখন দিঘল, কিন্তু ঢোঁৰা কাউৰিতকৈ অলপ মান দিঘল বৰন হলে মটিয়া হালধিয়া। কেৱল পতা দুখন সেই কাউৰিৰ দৰে। পখিটো ... ডাঙৰ ন হই, ঠোঁটটোহে ডাঙৰ গোটেইটো পখি জদি জোখা তেন্তে দুই হাত মান হব। ইয়াৰ মাত মেঘৰ গৰ্জনৰ দৰে; জেতিয়া মা... তিবলৈ ধৰে, তেতিয়া অলপ মানৰ পাচতেই ৰৰধুন দিএ বুলি কই, ই সদাই নে মাতে। সেই চৰাইৰ নকচা ওপৰত ঠিক ৰূপে লিখা হৈচে। কিন্তু দুই তিনি বিধ আচে; চগ্আঙ্গ নামে জি বিধ, সি ডাঙৰ, তাৰ চুঁট সৰু কেতিয়াবা কেতিয়াবা মফচলবিলাকৰ ওচৰ হা... বিত পৰে, প্রায়ে পৰ্বততহে থাকে। ইয়াৰ তেল বায়ুৰ ঔসধত লাগে, সেৰত মুল্য ৩০।৪০ টকা বুলি বেপাৰিবিলাকে কই। এই পখিটো ওখই ডেৰ হাত মান হব। আৰু কেতিয়াবা কেতিয়াবা মানুহৰ ওচৰৰ গাঁৱত পৰিলে দেখি চিকাৰিএ গুলিয়াই মাৰে। তাতেহে লোকবিলাকে দেখিবলৈ পাই; এনেকৈ দেখিবলৈ টান। প্র. চ. দ

---

এজন চাহাবৰ ঘৰিৰ ওপৰত এই ৰূপ কথা লিখি থোআ হৈচিল।

**Inscription on a Clock.**

অধিকাৰে থৈচে ইয়াতে মোক,<br>
দেখাবৰ হেতু কালৰ জোখ;<br>
দিন ৰাতি দেখাম জেন কালৰ চিন মই<br>
এয়ে মোৰ অধিকাৰৰ ইচা হই।<br>
কিন্তু মই বোলোঁ, হে মোৰ অধিকাৰ,<br>
গিয়ানি হৈ সিকা মোত এই কথাৰ সাৰ<br>
জি ৰূপে মই তোমাক কৰিচোঁ মান,<br>
সেই ৰূপ তুমি ভজা ইবৰ ভগৱান।

ন. ল. ফ.

## দুতিয় বহৰামৰ আখ্যান ।

History of the Pathan Dynasty—Baheram II.

১২৩৯ শঁকত বহৰাম দিলিৰ সিংহাসনত বহিল, আৰু সেই কালতে জি সকল ৰাজ মিত্তি আৰু বেৰহাৰ আছিল, সেই আটাইকে থিৰ কৰিলে । তিগি নামে এক মানুহে উজিৰে সৈতে সহাই লৈ ক্ৰমে ক্ৰমে ৰাজ সাসন আপুনি ললে, আৰু বাদস্যাৰ নিচিনাকৈ ঐশ্বৰ্জ কৰিবলৈ যৰি দুআৰত হাতি চকিয়াল ৰাখিলে । ইয়াতে বাদস্যাৰ মনত অসুয়া আৰু ক্ৰোধ জনমিল, এই হেতুকে মতোআলৰ বেস ধৰাই তিগি আৰু উজিৰক বধ কৰিবলৈ আপোনাৰ দুজন তুৰুকি বন্দিক আগ্যা কৰিলে । এই ৰুপে জি সময়ত বাদস্যা সভাৰ মাজত ৰুহি আছিল, তেতিয়া সিইতে সভাৰ মাজলৈ সোমাই তিগিৰ বুকত অস্ত্ৰ মাৰি, তেতিয়াই উজিৰৰ ওচৰলৈ লৰি গৈ তেঁওৰ সৰিলতো দু বেলি ঘা মাৰিলে, কিন্তু উজিৰে লোক সমুহৰ মাজে দি পলাই সাৰি গল ।

Conspiracies of Rumi and the Wazir.

সকৰ ৰুমি নামে সেই সময়ত ৰাজ্যৰ ওপৰত এক প্ৰধান পদত নিজোজন কৰা আছিল; তেঁৱে সভাৰ মাজত বৰ পৰাক্ৰমি দল কৰি ৰাজ্যৰ দুৰ অৱস্থা কৰিবলৈ জতন কৰিলে । তাতে দেসৰ প্ৰধান বিচাৰ কৰ্ত্তা সকলে ইয়াৰ সকলো কথা বাদস্যাৰ আগত জনালে । তেতিখনে বাদস্যাই কুমন্ত্ৰনা কৰাবিলাকক ধৰিবৰ হেতুকে অনেক ঘোঁৰা চিপাহি পাঁচি দিলে; কিন্তু সিবিলাকে ইয়াৰ অনুসন্ধান পাই ৰজাৰ লোকবোৰ পোৱাৰ আগেএ গোট গোট হৈ পলাই গল । অনেক কালৰ মুৰত মোকাম বদাউনত বাদস্যাৰ আগ্যাবে তেঁওৰ চাউতালৰ মোআৰাই সকৰ ৰুমি আৰু মুজা, এই দুই মানুহক বধ কৰা হল আৰু কাসি জলাল নামে ৰাজ দ্ৰোহি এটাক হাঁতিৰ তলত গচকাই মৰালে । এই কৰম দেখি সকলো লোকৰ মনত ভই সোমাল আৰু সৈন্যৰ মাজত এক বিৰোধৰ হুৰা মুৰা হল । এই সময়তে বাত্ৰা আহিল, বোলে, মহা মঙ্গিচ খাঁৰ সৈন্যে লাহোৰ নগৰ লুট কৰিছে । ইয়াতে বাদস্যাই এক মহা সভা গোটাই লাহোৰলৈ মগলবিলাকৰ অহিতে সৈন্যে সমনিতে উজিৰক পঠাবলৈ থিৰ কৰিলে । বাদস্যাৰ সৈন্যবোৰে বিয়াচ নদি পাঁওতে উজিৰে সৈন্যৰ মাজত বাদস্যাৰ প্ৰতি অহিত জনমাবলৈ ধৰিলে । সি আপোনাৰ বাঞ্চা সিধি কৰিবৰ হেতুকে বাদস্যালৈ এক পত্ৰ লিখি কলে, বোলে, সৈন্যবোৰ তোমাৰ অহিত হৈছে । তাতে বহৰামে উত্তৰ লিখি কলে, বোলে, সেনাপতিবিলাক অৱস্যে প্ৰান দণ্ডৰ জোগ্য, কিন্তু জেতিয়ালৈকে মাৰিবলৈ সময় নো পোআ, সেই কাললৈকে সিইতক ভুলাই ৰাখিবা । উজিৰেও এই উত্তৰ পাবলৈহে বাঞ্চা কৰি আছিল; বাদস্যাৰ এনে পত্ৰ পালতেই সি ওমৰাবিলাকৰ আগত সুনাই বাদস্যাৰ অহিতে সিবিলাকৰ ক্ৰোধ জনমালে, আৰু তাতে সিবিলাকে উজিৰৰ সহাই হম বুলি অঙ্গিকাৰ কৰিলে । এনে কালত উজিৰে ৰাজ ধানিলৈ সৈন্য সমনিতে উভতি আহিল, আৰু তিনি মাহ আধা মাহলৈকে ৰাজধানিক বেৰি আছিলে । সেসত প্ৰজাবিলাকেও বাদস্যাৰ অহিত চিন্তিবলৈ ধৰিলে, তাতে একে বাৰে সিবিলাকে নগৰৰ অধিকাৰ হল । বহৰামক সিইতে বন্দি সালত থলে, আৰু অলপ দিনৰ মুৰতে তেঁওক অতিসই কষ্ট দি বধ কৰিলে । তেঁও দুই বচৰ এমাহ পোন্ধৰে দিন ৰাজ ভোগ কৰি ১২৪২ শঁকত মিত্যু হল ।

এই কালতে মগলবিলাকে সিন্ধু নদিৰ পাঁচ সুঁতি নদিৰ ভিতৰত থকা সমুদাই দেস লুট কৰি গজনিনলৈ উভতি গল ।



Coin of Moaz Uddin Baheram Shah.

এই বহৰামৰ এটা পইচাৰ নকচা তাৰ সোঁ কালে তিম বেৰৰ ৰুপৰ নিচিনা ঘোঁৰাৰ নকচা আছে । বাঁও কালে লিখিছে, স্ৰীজ সুলতান আবুল ফতেহ উল মোআজম ।

## চতুৰ্থ মচউদৰ আখ্যান ।

History of Masaud IV.

বহৰামৰ মৰণৰ পাচত প্ৰথম বালিনে এক দল কৰি বলেৰে ৰাজ ঘৰলৈ সোমাই সিংহাসনত বহিল, আৰু আপোনাৰ বাদস্যা নাম প্ৰকাস কৰিবলৈ আগ্যা কৰিলে । কিন্তু ওমৰাবিলাকে তেঁও ৰজা হোআত অসন্মত হল, আৰু মিৰতু হোআ বাদস্যাহ ফিৰোজৰ পুত্ৰ মচউদক বন্দিসালৰ পৰা মুকলি কৰি জি দিনত বালিনে সিংহাসন আক্ৰমন কৰি লৈচিল, সেই দিনতে তেঁওকো সিংহাসনত বহুআলে ।

কিন্তু ইয়াৰ পাচত মচউদে বেস্যা আৰু সুৰা পানত মতোআল হৈ নানা বিধ কুকৰম কৰিবলৈ ধৰিলে । ওমৰা আৰু ৰাজ বঙ্গহবিলাকে সেসে তেঁওৰ অহিত চিন্তি, গুপুত ৰূপে মোকাম ৰাবাজৰ পৰা বাদস্যাৰ দদায়েক মহমদক মতালে । তাতে মহমদে আপোনাৰ সকলো সৈন্য সমনিতে লৈ ৰাজধানিলৈ আহিল । পাচত ওমৰাবিলাকে মচউদক ধৰি জনম ভৰলৈকে বন্দি সালত থলে । চাৰি বচৰ এমাহ এদিন তেঁওৰ ৰাজ্য ভোগ হৈচিল । তেঁও অতিসই দুৰ্বলি আৰু মতোআল, আৰু সুখৰ অভিলাসত নিচাই বস হৈচিল । জি সময়ত মচউদৰ ৰাজ্য গুচিল, সেই কালতে ইলতমস্যে জি ৰাজ্য ৰাখি গৈচিল, সেই ৰূপেই বল ।

ন. ল. ফ.

## নিতি বেনু ।

Wise Sayings.

মুখ চকা ওৰনিৰ দোআৰাই জেনেকৈ ৰূপৱতি তিৰোতাৰ ৰূপৰ লাৱন্য বাঢ়ে, ধৰমি মানুহবো বিঘ্নি আৰু ৰতাও সেই ৰূপে পৰম সুন্দৰ হই ।

অহঙ্কাৰ আৰু আপোনাক প্ৰসংসা কৰা মানুহবিলাকে জেতিয়া বহু মূল্য কাপৰ পিন্ধি মুৰ তোকাৰি আৰু চকু ঘুৰাই ঘুৰাই ৰাজ বাটত ঘুৰে, তেতিয়া বুধিয়া মানুহবিলাকক কুকুৰৰ বিচিনা গিয়ান কৰি অবহেলা কৰে, আন জ্ঞান মানুহবিলাকে তাক হাঁহে ।

আপোন অভিমানিবিলাকে লোকৰ মত অগ্ৰাজ্য কৰি আপোনাৰ মতকে ভাল মানে । সিবিলাকে সেই হেতুকে কোনো বিসয়ত একো কাৰ্জ কৰি উঠিব নোআৰে । সিবিলাক আপোনাৰ প্ৰসংসা পুৰ, আৰু আপোনাৰ প্ৰসংসা সুনিবলৈ নাইবা কবলৈ পৰম প্ৰিতি কৰে ।

হে মানুহ দেহ ধৰাবিলাক, তোমোলাকে কোন, কি কাৰনে কৰ পৰা আহিচা, ইয়াক মনৰ মাজত চিন্তা কৰিবলৈ কেতিয়াও এলাহ ন কৰিবা । তোমোলাকৰ কিমান সক্তি, আৰু কি কি নাই কিয়া, আৰু কাৰে সৈতে কি ৰূপে তোমোলাকৰ সমন্ধ, ইয়াকে ভাবিলে ভ্ৰম নাই কিয়াকৈএ আপোনাৰ পথ দেখি আপোনাৰ কৰিব লগা ন কৰিব লগা কথা বুজিবলৈ সক্তি হব ।

জি কোনো কথা কবলৈ ইচা কৰা, আৰু জি কোনো কৰম কৰিবলৈ হাত মেলা, আগেয়ে তাৰ দোস গুনৰ বিবেচনা কৰা । এই ৰূপ হলে কেতিয়াও হাঁহিয়াত ন হই, আৰু লোকৰ লাজে, মনৰ দুখে, আৰু সকলো দুৰ্দসাই কেতিয়াও তোমাৰ প্ৰফুল মুখক মলিন কৰিব নোআৰে ।

জি মানুহ বিবেচনা হিন, আৰু বাকাৰ দোস গুন বিবেচনা ন কৰি তেতিয়াৰে মাত মাতে, তাক সেই হেতুকে সকলো দুখ সহ্য কৰিব লাগে ।

জি মানুহে ঘোঁৰাত উঠি বৰ বেগেৰে চুটি মেলিবলৈ ইচা কৰে, সি জেনেকৈ বাট চিনিবলৈ অসমৰ্থ হৈ কাঁইটনি নাইবা গাঁতত মাজত পৰে, বিবেচনা ন কৰাকৈ কাম কৰা মানুহবিলাকো সেই ৰূপে দুৰ্দসাত পৰে ।

এই হেতুকে হে ভাই সকল, জদি আপদ নাই কিয়াকৈ আৰু নিৰ্বিঘিনিএ কাল নিয়াবলৈ ইচা কৰা, তেন্তে সকলো কাৰ্জত বিবেচক হোআ । বিবেচক লোক এই সংসাৰত গিয়ানৱান আৰু সুখ ভুগি ।

সম্বাদ পত্ৰ পূৰ্নচন্দ্ৰোদই ।

## BOOKS

**FOR SALE AT THE SIBSAGOR MISSION PRESS.**

A few complete sets r main on hand of the

**ORUNUDOI MAGAZINE**

for the first eight years. Handsomely bound in one volume, and sold at the reduced price of 8 Rs., or in two volumes, at 4 Rs. each.

Also about two hundred copies of the work for 1850, '51, '52, bound in one volume, cloth, and forming an excellent

**ASAMESE READING BOOK FOR SCHOOLS,**

at the extremely low price of 2 Rs. per copy. This volume contains the whole of the ancient Asamese Buronji, which was commenced in the August number for 1850. The same, handsomely bound, will be sold for 3 Rs.

The History of Phulmoni and Koruna, a new work, especially designed for native Christian females, translated from the Bengali. This work is written in a popular and pleasing style, and appears to have a peculiar charm for native readers. Price per copy 0 4

| | | |
|---|---|---|
| The Orunudoi for 1853 | 1 | 0 |
| Asamese Buronji, by the Tamuli Phukon, paper cover | 0 | 8 |
| Asamese Vocabulary and Phrases | 1 | 8 |
| Grammatical Notices of the Asamese Language | 1 | 8 |
| Asamese Primer. Bare Motora | 0 | 1 |
| First Reading Book, in Asamese | 0 | 3 |
| Asamese Arithmetic, first part | 0 | 2 |
| Ditto second part | 0 | 4 |
| Geography of Asia | 0 | 4 |
| Juvenile Tracts, per dozen | 0 | 4 |
| Ditto. bound in sheep | 0 | 8 |
| Ditto. bound in morocco, for presents to scholars | 0 | 12 |
| Dawk Book, printed octavo, in sheep | 3 | 0 |
| Ditto. half bound | 2 | 8 |
| Monthly Accounts, for servants, workmen, &c. with printed lines, | 1 | 0 |
| Writing Books for Schools, 12 sheets foolscap, each | 0 | 4 |
| Ditto. per dozen | 2 | 4 |
| Small Memorandum Books, each | 0 | 1 |

## এপ্রিল, অর্থাত বহাগৰ পঞ্জিকা ।

Almanac for April, A. D. 1854. Asam Era, 1776.

| এপ্রিল | চৈত্র | বাৰ | তিথি | দিনমান | এপ্রিল | বহাগ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২০ | ৭ | ৪ | ১২।১৮ | ১৬ | ৪ | ১ | ১৭ | ১ |
| | | | | ১২।২০ | ১৭ | ৫ | ২ | ১৮ | ১২।৪৪ |
| ২ | ২১ | ১ | ৫ | ১২।২২ | ১৮ | ৬ | ৩ | ১৯ | ১২।৪৬ |
| ৩ | ২২ | ২ | ৬ | ১২।২৩ | ১৯ | ৭ | ৪ | ২০ | ১২।৪৭ |
| ৪ | ২৩ | ৩ | ৭ | | ২০ | ৮ | ৫ | ২১ | ১২।৪৮ |
| ৫ | ২৪ | ৪ | ৮ | ১২।২৫ | ২১ | ৯ | ৬ | ২২ | ১২।৫ |
| ৬ | ২৫ | ৫ | ৮ | ১২।২৬ | ২২ | ১০ | ৭ | ২৩ | ১২।৫২ |
| ৭ | ২৬ | ৬ | ৯ | ১২।২৮ | | | | | |
| ৮ | ২৭ | ৭ | ১০ | ১২।৩০ | ২৩ | ১১ | ১ | ২৪ | ১২।৫৩ |
| | | | | ১২।৩২ | ২৪ | ১২ | ২ | ২৫ | ১২।৫৪ |
| ৯ | ২৮ | ১ | ১১ | ১২।৩৪ | ২৫ | ১৩ | ৩ | ২৬ | ১২।৫৫ |
| ১০ | ২৯ | ২ | ১২ | ১২।৩৬ | ২৬ | ১৪ | ৪ | ২৭ | ১২।৫৬ |
| ১১ | ৩০ | ৩ | | | ২৭ | ১৫ | ৫ | ২৮ | ১২।৫৭ |
| ১২ | ৩১ | ৪ | ১৩ | ১২।৩৭ | ২৮ | ১৬ | ৬ | ২৯ | ১২।৫৮ |
| ১৩ | ১ | ৫ | ১৪ | ১২।৩৯ | ২৯ | ১৭ | ৭ | ৩০ | ১২।৫৯ |
| ১৪ | ২ | ৬ | ১৫ | ১২।৪০ | | | | | |
| ১৫ | ৩ | ৭ | ১৬ | ১২।৪২ | ৩০ | ১৮ | ১ | ১ | ১৩। |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিদ ।

Receipts for the Orunudoi.

| | | |
|---|---|---|
| Captain R. Campbell, for 1853 | | 12 Rs. |
| শ্ৰীজুত দুতিৰাম বৰ ভণ্ডাৰ বৰুআ, সিৰস্তাদাৰ, | ১৮৫৩ | ১৲ |
| শ্ৰীজুত জনাৰ্দন ভণ্ডাৰ বৰুআ | ” | ১৲ |
| শ্ৰীজুত হৰকান্ত গগৈ নাজিৰ | ” | ১৲ |
| শ্ৰীজুত বলোৰাম বৰুআ পেস্কাৰ | ” | ১৲ |
| শ্ৰীজুত হেমকণ্ঠ ৰাজ খোআ ৰোবকাৰ নবিচ | ” | ১৲ |
| শ্ৰীজুত প্ৰাননাথ সৰ্মা বেজ বৰুআ | ” | ১৲ |
| শ্ৰীজুত হৰদত্ত পুৰনি মেলৰ বৰুআ | ” | ১৲ |
| শ্ৰী বাবু হৰগবিন্দ দত্ত | ” | ১৲ |
| শ্ৰী সনধৰ সৰ্মা ফেকা ফুকন | ” | ১৲ |
| শ্ৰী পূৰ্ন সেহা নবিচ ৫১।৫২ সনৰ | | ২৲ |
| শ্ৰী ৰুদ সেহা নবিচ | ১৮৫৩ | ১৲ |
| শ্ৰী ভদ্ৰাম হেনৰি জেকুন | ” | ১৲ |
| শ্ৰী ভোঁআই মনৰো | ” | ১৲ |

## THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam.*

# অৰুণোদই

৯ বচৰ। মোং সিৱসাগৰ, এপ্ৰিল, ১৮৫৪। নম্বৰ ৪।

VOL. IX. SIBSAGOR: APRIL, 1854. NO. 4.

## অনেক দেসৰ সম্বাদ।

**Journal of Events—The Electric Telegraph.**

এই হিন্দুস্থান দেসত এতিয়া ইলেকট্ৰিক টেলেগ্ৰাফ, অৰ্থাত বিদুলি তাৰৰ দোআৰাই বাৰ্ত্তা পঠাবলৈ ধৰিচে। এই যন্ত্ৰ আৰম্ভন কৰাৰ চ মাহ মাথোন হৈচে; ডক্তৰ ওসান্যানেচি চাহাব এই কামৰ অধিকাৰ; তেঁও লোহাৰ গুনা বান্ধিবলৈ বাটে বাটে খুঁটাবোৰ সাৰিকৈ পোতাই ২৪ মাৰ্চত আগ্ৰা নগৰৰ পৰা কলিকতালৈ ৮০০ মাইল অৰ্থাত ২৫ দিনৰ বাট দুঘণ্টাৰ ভিতৰত লৰ্ড চাহাবলৈ এটা বাৰ্ত্তা পঠালে। তাতে লৰ্ড চাহাবে অতি ভাল কৰম কৰা দেখি মাৰ্চ মাহত তাৰ সকলো বনুআক দুগুন দৰমহা দিলে। আৰু ২৭ মাৰ্চ তাৰিখত জি জাহাজবোৰ কলিকতা পালেহি, সেই সকলোৰে নাম কলিকতা আৰু আগ্ৰাৰ সম্বাদ পত্ৰত একে দিনাই চাপা হল, কাৰন বিদুলি তাৰৰ দোআৰাই সেই কথা পঠালে। আৰু অলপ দিনত আগ্ৰাৰ পৰা বম্বাইলৈকে সেই যন্ত্ৰ তৈয়াৰ কৰা হব। তেতিয়া বিলাতৰ পৰা জাহাজ আহি বম্বাইত লগাই একে দিনাই তাৰ পৰা কলিকতালৈ বাৰ্ত্তা দিব পাৰিব। এতিয়া সেই খিনি বাট জাবলৈ ডাকত ১২।১৩ দিন মান লাগে।

**War with Russia.**

ইংলণ্ডৰ ৰাজ মন্ত্ৰিএ ৰুচিয়াৰে সৈতে ৰন হব বুলি থাৰ, হিলৈ, আৰু ভাপ জাহাজৰ কল আদি ৰনৰ সামগ্ৰি, কোনো বিদেসি লোকক বেচিবলৈ মানা কৰিলে। কাৰন ঠায়ে ঠায়ে কোনো ইংৰাজি সদাগৰে ৰুচিয়াৰ ধনত লোভ কৰি বেচিবৰ কাৰনে দুখন মান ভাপ জাহাজ সাজিচে বুলি সুনলে। তুৰুকৰ ৰাজ ধানি কন্‌স্তান্তিনপল নগৰ ৰখিবৰ নিমিত্তে ২৫,০০০



ব্ৰাজিল দেসত থকা মাৰ্ম্মজেট।



আফ্ৰিকাৰ সৌজিয়া বান্দৰ।

সেনা পঠাবলৈ যুগুত হৈচে । সিবিলাকৰ সেনাপতি লৰ্ড ৰাগ-লান । নাপলিয়নৰ বজায়ো ৭০-০০০ ব্যক্তি সেনা, ইংৰাজিৰ লগত ভুকৰিৰ সহাই হৈ আ-বলৈ আগ্যা কৰিচে ।



The King of Hanover—From the Illustrated London News.

Persons drowned.

আচাম কম্পানিৰ পৰা ৩ তিনি জন মানুহক চুন সিল আনিবলৈ নাৱেৰে সদিয়ালৈ পঠাই দিলে । সিইতে নাৱত সিল ভৰা দি উভতি আহোঁতে ব্ৰহ্মপুত্ৰ নদিত নাও বুৰি মাৰ্চ মাহৰ প্ৰথম দিনত বুধ বাৰে ৩ বজাৰ সময়ত ২ জন মানুহ মৰিল । নাৱৰ গুৰিয়ালটে সাতুৰিব জানে, এই নিমিত্তে তাৰ প্ৰান ৰক্ষ্য পৰিল, নাও ধন ভুৰ্ব গল, আৰু মানুহ ২ জনো নোপালে ।

Sir Jamsetji Jijibhoi.

বম্বাই গেজেটত এনেকৈ লি-খিচে বোলে, শ্ৰীজুত চেৰ জাম-চেতজি জিজিভই আপোনাৰ জনম থানত জা-ত্ৰাৰ সময়ত চাৰি লাখ পঞ্চাস হেজাৰত-কৈ অধিক টকা দুখিয়া দৰিদ্ৰবিলাকক দান কৰিলে । আৰু পাৰ্চি মানুহৰ উপকাৰৰ হেতু-কে হস্পিতাল আদি অনেক বিদ্যালই থাপন কৰিচে; তাত বাহিৰেও আপোন জাতি দুখি লোককো এক লাখ টকা দান কৰিচে । এই ৰূপ দানি লোক প্ৰিথিবিতে প্ৰাই পোৱা নাই ।

King and Queen of Hanover.

এৰনেষ্ট আগষ্টচ নামে ইংলণ্ডৰ মহা ৰা-নিৰ দদায়েকৰ পুতেক এতিয়া হানোবৰ দেসৰ ৰজা হৈচে । তেঁও ১৮১৯ সঁকৰ ২৭ মেই তা-ৰিখত বৰ্লিন নগৰত জনমিল । তেঁওৰ কুঁঅৰিৰ নাম মাৰি আলেকজান্দ্ৰিনা তেঁও চাকচান্-অল্-বৰ্গ ৰজা জিএক । কচিয়া বৰ কোঁৱৰ ৰনষ্টা-ন্তিনে তেঁওৰ ভনিএকক বিয়া কৰিলে । হানোবৰ দেসৰ সেই মহা ৰজা আৰু ৰানিয়ো নকৰা ইয়াত লিখা আচে । সিবিলাকে ১৮৪৩ সঁকত বিবাহ কৰিলে । সিবিলাকৰ পুত্ৰ এজন, চো-আলি দুজনি ।

Murder of a Child.

ৰঙ্গপুৰ বাৰ্তাবহত লিখিচে, সেই আঞ্চলে নি-মাইচান্দ উপাধ্যায়ৰ ৮ বচৰিয়া এটি নাতিনি আন আন চোআলি জনি সেকে সৈতে এদিন ঘৰৰ ওচৰতে এঠাইত উমলিচিল, এই সময়-তে কমলি কঁহাৰনি নামেৰে এজনি তিৰো-তাই এই চোআলিৰ অলঙ্কাৰ আদি নিবৰ মনেৰে চলেৰে কাঁকি দি লোঅাৰ মন্ত্ৰ দিয়াৰ লোভ দেখাই এই চোআলিক আপোনাৰ ঘৰ-লৈ নুমাই ঘৰৰ দুআৰ বন্ধ কৰি ডিঙি কাটি-বলৈ ধৰাত চোআলিএ কান্দিব ধৰিলে । পাচে এই কঁহাৰনিৰ লগা ভগা ভগিনী নামেৰে এজ-নি ভনিএক, আৰু আন এজনি তিৰোতায়ো সেই কান্দন শুনি ভগিনাৰ আপোন পুত্ৰৰ



The Queen of Hanover.

কান্দন জেন গিয়ান কৰি সেই চোআলিৰ ওচৰ পোআতেই তাইৰ ভনিএক সেই চোআলিৰ ডিঙ্গি কাটি পলাল ।

পাচে এই সম্বাদ দাৰোগাত জনালত কমলি কঁহাৰনি ধৰা পৰি, আপোনাৰ অপৰাধ গাত ন ললে। তাতে শ্রীজুত মাজিষ্টৰ চাহাবে এই চোআলি প্রথম জি চোআলিবিলাকৰ মাজত আচিল, সেই সকলো চোআলি আৰু তপিসা নামৰে তিৰোতা সাখিএ সৈতে চেসন আদালতলৈ পঠালে, চেসান জজ বাহাদুৰে কমলি কঁহাৰনিক সম্পূর্ন অপৰাধিনি ঠিক কৰি, হুকুম দিয়াৰ কাৰনে মোকর্দমা নিজামত আদালতলৈ পঠালে। তাতে শ্রীজুত ডিক চাহাবে এই কমলি কঁহাৰনিক বৰ অপৰাধি বুজি জনমতৰ কাটকৰ দণ্ড বিধান কৰিলে ।

Arrest for Murder.

এই চত মাহতে চৰেয়েৰ শ্রীজুত নিকলচন চাহাবৰ অধিনে থকা ৪ জন হিন্দুস্থানি মানুহ বোদা থানাৰ অন্তর্গত ভোজনপুৰ গাঁৱৰ পৰান-দাস নামেৰে এটা মানুহৰ ঘৰত উপস্থিত হৈ তাৰ জিয়নিয়া মাচ ৰখা সৰু পুখুৰিৰ পৰা, বলেৰে জাল পেলাই মাচ ধৰিবলৈ উদ্যোগ কৰিলে। তাতে সেই গিৰিহঁতে বাধা কৰি মাচ ধৰিব নি দিয়াত, সিহঁতৰ মাজৰ দেৱদত্ত নামে এটাই তাক বেঁতেৰে মাৰ মাৰিলে, আৰু পাচে জঙ্গৰি দফাদাৰ নামে আন একজনে তাক বৰ চৰ মৰাত সি পানিত পৰিল। তেতিয়া সেই দুইটা তাৰ ওপৰতে পৰি তাক পানিত হেঁচা মাৰি ধৰাত আতে সি মৰিল। পাচে গাঁৱৰ সকলো লোক গোট খাই সিহঁতক ধৰিবলৈ উদ্যোগ কৰাতে তাৰে এটা জাল লৈ পলাল, কিন্তু আন তিনটাক ধৰি থানাত দিলে।

দাৰোগাই বিবেচনা কৰি মৰাটিৰ শ আৰু তাৰ পুত্র ভোগদাস গুচৰিয়া আৰু আচামি ৩ জনক আৰু সাখি ৬ জন সকলোকে হুজুৰলৈ পঠাইচে ।

Child killed by a crazy Faqir.

২৮ ফাগুনত সুকুৰ বাৰে হুণ্ডি পৰগনাৰ মাজত ৰঙ্গপুৰ বার্ত্তাবহ জন্ত্রালয়ৰ পূর্বে ৬ দণ্ড মানৰ আঁতৰত কোনোবা এঘৰ মানুহৰ ঘৰত দুপৰিয়া এটা ফকিৰ ওলাল। তাতে সি অথিতি ৰুপে কিছু আহাৰ কৰি, জোআৰ কালত সেই গিৰিহঁতৰ লৰাক কলে, তই মোৰ লগত আহ, তোক জগত দেখুআই আনোঁ। তাতে সেই লৰাই ফকিৰৰ কথা নু সুনি হাঁহি খিতবলৈ গল। তাৰ পাচত ফকিৰ তাৰ পৰা গৈ গাঁৱৰ দখিনে চৌধ ভুবনৰ বিলৰ জি ঠাইত অনেক লৰাই গোট খাই উমলি আচিল, সেই ঠাইলৈ গৈ লৰাবোৰক তাবি দি দি ধৰিবলৈ খেদি গল। তাতে ভই হৈ সকলো লৰা চাৰিও দিসে পলাল, কিন্তু আলি আধলৰ লৰাটি পলাব নোঅৰাত ফকিৰে তাক ধৰি মাটিত পেলাই কটাৰি উলিয়াই জবই কৰিলে, আৰু তাৰ ডিঙ্গিৰ পৰা ওলোআ তেজ কিছু খালে। তাৰ পাচত ফকিৰে সেই কটা লৰাটো কান্ধত পেলাই লৈ তাৰ পৰা গল, সেই সময়তে আৰু

নবাবোয়ে গাৱত এই কথা শুনত গাঁৱৰ মানুহ বোপাই আহি ফকিৰক জবই কৰা নবাবে সৈন্তে ধৰিলে । তাতে ফকিৰে কথলৈ ধৰিলে, আমি আনাৰ আদেয়েৰে আপোনাৰ নবাক জবই কৰিলোঁ; তইতে কি কাৰনে মোক ধৰিছ? তাৰ পাচত নগৰিয়াবিলাকে ফকিৰ আৰু জবই কৰা পৰা দুইকো গাঁৱলৈ আনিলে। সেই নবাৰ তেতিয়ালৈকে প্রান জোৱা নাই এই কাৰনে তাৰ ঘৰৰ সকলো মানুহ আর্ত্ত হৈ তাৰ কটা ভিজিত অনেক ঔসধ দিছিল । তাতে একো ফলোদই ন হল জি হেতু নবাৰ গোটাই ভিঙ্গি কটাত মুখেদি তেজ বাহিৰ হৈছিল, মাত মাতিবৰ সক্তি নাই কিয়া হল, কেৱল স্বাস মাত্রহে আছিল । এই সকলো বাত্রা সিদ্ধে থানালৈ দিলে, আৰু সেই নবাৰ ঘৰৰ আপোন মানুহে আৰু আন আন মানুহেও ফকিৰক [illegible] তাৰ প্রতিফল দিয়াৰ কাৰনে অনেক মাৰ কিল কৰিলে, তাতে সন্ধ্যা সময় ফকিৰ মৰিল । আন্দাজ হই, কোনো বিসেস ঠাই ৫ সকত মাৰ পৰিহে মৰিল। তাকে দেখি বেৰি থকা মানুহবোৰ আপোন আপোন ঠায়ে ঠায়ে গল । পাচে থানাৰ পৰা ৰকটি আহি সকলো বিবেচনা কৰি সনিবাৰে ফকিৰৰ মৰা দেহ, আৰু জবই কৰা নবাটিকো জিলালৈ পঠিয়ালে, কিন্তু পালি চৰাৰ হাটৰ ওচৰ পাই জবই কৰা নবাটি মৰিল ।

**Loss of the Steamer San Francisco.**

কালিফর্নিয়া দেসলৈ জাবৰ নিমিত্তে মুয়র্ক নগৰৰ পৰা চান ফ্রাঞ্চিস্কো নামে এখন নতুন তাপ জাহাজ ডিচেম্বৰৰ ২২ তাৰিখত ৫০০ সেনা, আন মানুহ ৩০০, মুঠে ৮০০ মান মানুহ লৈ গল । দু দিনৰ পাচে বৰ বতাহ হলত সাগৰৰ ঢৌএ একাল মাৰি, পাল মস্তুল আদি জাহাজৰ ওপৰ ভোখৰকে ভাঙ্গি বস্তুএ সৈতে এসমান মানুহ সাগৰত পেলালে । আৰু দহ দিনলৈকে এই ৰূপে নিৰুপাই হৈ অত্যন্ত দুখ পালে । পানি সৰহকৈ লোমোআত দিনে ৰাতিএ সিঁচি থকাত দুখেৰে জৰ্জ্জৰি হৈ, তাৰ অনেক মানুহ মৰিল। সেনত জিৰেল, কিলবি, আৰু-চিক, এই তিনি জাহাজ ওচৰলৈ আহি সিধিনাকৰ দুর্গতি দেখি সকলোকে তুলি তুলি নিলে । ৫০০তকৈ অধিক মানুহ ইশ্বৰৰ অনুগ্রহেৰে ৰক্ষা পৰিল ।

## পাপিৰ প্রার্থনা ।

হে প্রভু, ত্রান কৰা, এই পাপিষ্ট নৰ,
অতিসই অধম মই ন কৰিবা দুৰ;
নেৰিবা প্রভু হে, অনাথ হই মোৰ প্রান,
দায়াৰে কৰা মোক তোমাৰ মুক্তি দান ।

অতিসই পাপি মই দুৰাচাৰ দুর্জন,
দৰিদ্র দুখি, কঙ্গালৰ তুমি ধন;
মোৰ হব নিচই তোমাৰ ক্রিপাত নিস্তাৰ,
নাই তোমাত বাজে সংসাৰত মুক্তি আৰ ।

এই ভৱ সমুদ্রত মোৰ জন্মিচে ভই,
কি হব উপাই, মোৰ নৌকা ভগন হই;
ঢৌ অতি প্রতাপ, ধুমুহা ভয়ঙ্কৰ,
হে য়িচু, কৰা পাৰ, এই ভয়াতুৰ নৰ ।

সমুদ্ৰৰ মাজত মোৰ হোৱা গুৰিয়াল,
ধুমুহা আদি ঢৌ আহিব জি কাল;
সেই কালত তুমি মোৰ গুচাই সকল ত্রাস,
পাৰ কৰি স্বৰ্গত থৱা আপোনাৰ দাস ।

ন. ন. ক.



চাকমা বান্দৰৰ নকচা ।

[illegible] ৭ [illegible]

The P[illegible]s Progress, [illegible]apter.

পাচে খ্ৰিষ্টিয়ান [illegible]তে জাত্ৰিকবিলাকে আগ কালৈলে [illegible]ামতে জি সক্ক হাদাম নজা হৈছিল, তাক পাই উঠি আগ কালৈলে চাই বিশ্বাসি নামেৰে এজনক জাত্ৰা কৰা দেখিলে, তেতিয়া খ্ৰিষ্টিয়ানে তাক বিৰিয়াই মাতিলে, হেৰা ভকত, ময়ো তোমাৰ লগত জাঁও, ৰবা। এই কথা সুনি বিশ্বাসিএ উলটি চালত খ্ৰিষ্টিয়ানে আকৌ বিৰিয়াই কলে, মই তোমাৰ লগ নে পাঁও মানে ৰবা, ৰবা। কিন্তু বিশ্বাসিএ কলে, নোআৰোঁ, মোৰ প্ৰান আঁচলৰ আগত বান্ধিহে আহিচোঁ; তেজৰ প্ৰতিফল দিওতাই মোক খেদি আহিচে। এই কথা সুনি খ্ৰিষ্টিয়ানে অলপ বিৰকতি হৈ পাৰিলে মানে বল দি লৰি গৈ বিশ্বাসিৰ লগ পালে, আৰু পাচো পেলালে। তাতে প্যাচৰটো আগাহে হল। তেতিয়া খ্ৰিষ্টিয়ান ভায়েকতকৈ আপুনি আগ হোআ দেখি গৰ্ব্বি হৈ মিটিকিয়াই হাঁহিলে; কিন্তু ভৰিলৈ সাৱধান নো হোআ হেতুকে উজুটি খাই পৰিল; পাচে বিশ্বাসি পাই নো তোলেহি মানে উঠিব নোআৰিলে।

পাচে মই সমাজিকত দেখিলোঁ, সিবিলাক দুয়ো একে লগ হৈ বৰ প্ৰিতি ৰুপে চলি গৈ আপোন আপোন জাত্ৰাত জাৰ জি জি ঘটিচিল, সেই সকলো কথা মৰম ৰুপে কোআ কুই কৰিলে। প্ৰথমে খ্ৰিষ্টিয়ানে এই কথা কলে, অ মান্যৱন্ত আৰু অতি প্ৰিয় ভাই বিশ্বাসি, মই জে তোমাৰ লগ পালোঁ, আৰু এই মনোহৰ পথত আমি দুয়ো সখি ভাৱে একে লগে জাৱ পৰাকৈ ইশ্বৰে জে আমাৰ বতাও মিলালে, ইয়াতে মই বৰ আনন্দ পাইচোঁ।

বিশ্বাসি। অ প্ৰিয় বন্ধু, আমাৰ নগৰৰ পৰাই তোমাৰ লগৰিয়া হৈ আহিম বুলি ভাবিচিলোঁ, কিন্তু তুমি আগ বৰ্হা হেতুকে ইমান দুৰ বাট অকলেই আহিব লগা হল।

খ্ৰিষ্টিয়ান। মই ওলাই অহাৰ পাচে তুমি কিমান দিনলৈকে জাত্ৰা ন কৰি বিনাস নগৰত আচিলা?

বিশ্বাসি। জেতিয়ালৈকে তাত থাকিব পৰা আচিল, তেতিয়ালৈকে থাকিলো। কিন্তু তুমি ওলাই অহাৰ একেৰি মানৰ পাচে আমাৰ নগৰ স্বৰগৰ পৰা অহা জুয়েৰে দাহ কৰা হব, সকলোৱে মাজত এই ৰুপে এৰাও হব ধৰিলে।

খ্ৰিষ্টিয়ান। কি! চুবুৰিয়াবিলাকে এই ৰুপে কলে নে?

বিশ্বাসি। হই, কিচু কাললৈকে সকলোৱে মুখত এই কথাহে আচিল।

খ্ৰিষ্টিয়ান। তেনে হলে সেই আপদৰ পৰা সাৰিবলৈ তোমাত বাজে আন কেও নোলাল নে?

বিশ্বাসি। সেই আপদৰ অনেক কথা মানুহে কোআ কুই কৰিলে, মই ইয়াকে কওঁ হই, কিন্তু সিবিলাকে নিচয়ে তাত বিশ্বাস কৰিলে, মোৰ মনে এনে ন ধৰে। কিয়নো সিইতৰ হৰা মুখৰ মাজত তোমাৰ অৰ্থে আৰু তোমাৰ জি জাত্ৰা সিইতে নিৰসা বোলে, তাৰ অৰ্থে সিইতৰ কেতবিলাকে ইতিকিং কৰা সুনিলোঁ। কিন্তু ওপৰৰ পৰা অহা জুই আৰু গন্ধকে দোআৰাই আমাৰ নগৰৰ সেস হব, ইয়াকে মই বিশ্বাস কৰিচিলোঁ, এতিয়াও কৰিচোঁ, এই হেতুকে পলাই আহিলোঁ।

খ্ৰিষ্টিয়ান। তুমি আমাৰ চুবুৰিয়া ভৱনৰ কোনো কথা সুনা নাই নে?

বিশ্বাসি। হই খ্ৰিষ্টিয়ান, সি নিৰ্ভাৱনা দলদলনিলৈকে তোমাৰ পাচে পাচে গৈচিল, ইয়াকে সুনিলোঁ; আৰু তাত পৰিল বুলি কোনো কোনোএ কই। সি হলে সেই কথা মানুহক জনাবৰ ইচা ন কৰে; কিন্তু তাৰ বোকাৰে সি লেটি পেটি হৈচিল, ইয়াক মই জানোঁ।

খ্ৰিষ্টিয়ান। তাৰ চুবুৰিয়াবিলাকে তাত কি কলে?

বিশ্বাসি। সি উভতি অহাৰ পাচত সকলো বিধ মানুহৰ মাজত বৰ নিন্দা পোআ হল। কোনো কোনোএ তাক ইতিকিং আৰু হেলা কৰে, আৰু প্ৰাই কেৱে তাক কাম কাজ নি দিএ। সি নগৰৰ পৰা নোলোআ হৈ থকাতকৈও এতিয়া সাত গুনে বেয়া হল।

খ্ৰিষ্টিয়ান। বাৰু, সি জি বাট এৰিলে, নগ-

ৰিৱাবিলাকে অদি তাক হেলা কৰে, তেন্তে তাৰ অহিতে কিয় ইমান খিয়াল কৰে?

বিশ্বাসি। সি কাঁটি দিয়া হওক, সি মোট সলোআটো, সি আপোন মতত থকাটো ন হই, ইয়াক সকলোএ বোলে। মোৰ মনেৰে ভাবিচোঁ, সি সত্য পথ তিয়াগ কৰাৰ কাৰনে ইশ্বৰে তাৰ সক্ৰুবোধক উপকথাৰ নিচিনাকৈ তাক নিন্দা কৰিবলৈ বহালে।

খ্ৰিষ্টিয়ান। তুমি তাত থাকোঁতে তাৰে সৈতে একো কথা বাত্ৰা ন হলা নে?

বিশ্বাসি। তাক এবেলি নগৰৰ আলি বাটত লগ পালোঁ, কিন্তু সি মোক দেখি আপোন কৰ্মত লাজ পোআৰ নিচিনাকৈ একাতি হৈ সি দাঁতিএ গল এই হেতুকে ময়ো নে মাতিলোঁ।

খ্ৰিষ্টিয়ান। মই প্ৰথমে জাত্ৰা কৰা কালত সেই মানুহৰ কথাত কিছু আসা আছিল, কিন্তু নগৰ নষ্ট হোৱা কালত সিও নষ্ট হব, মোৰ মনত এনে আসঙ্কা হৈচে। কিয়নো কুকুৰে আপোনাৰ বাঁতি খাবলৈ, আৰু ধুউআ গাহৰিএ বোকাত লেটি লবলৈ আকৌ উলটি জাই, এই স্বৰুপ পটন্তৰ তাত ঘটিচে।

বিশ্বাসি। মোৰো তাৰ অৰ্থে এনে আসঙ্কা হৈচে, কিন্তু জাৰ জি ঘটিব, তাক কোনে নিবাৰন কৰিব পাৰে?

খ্ৰিষ্টিয়ান। বাৰু, বিশ্বাসি সখি, তাৰ কথা এৰা হওক, আমাৰ আপোন আপোন বিসয়ৰ কথা বাত্ৰা কওঁহক। পথত আহোঁতে তোমাৰ কি কি ঘটিচিল তাক মোক বুজাই কোআ, কিয়নো মই জানিচোঁ, তুমি কিছু কিছু ঘটন, পালা, নাইবা তাক বৰ আশ্চৰিত বোলা জাব।

বিশ্বাসি। তুমি জি নিস্তাৰসা দলদলনিত পৰিবৰ দেখিলোঁ, সেই সঙ্কটৰ পৰা মই সাৰি সৰ্হ হুআৰ পালোঁহি; তথাপি কামুকি নামেৰে এজনি তিৰিৰ লগ পোআত তাই মোক এটা হিংসা কৰিব খুজিলে।

খ্ৰিষ্টিয়ান। জন, তুমি জে তাইৰ জালৰ পৰা মুকুত হৈ আহিলা, এয়ে তোমাৰ বৰ সুভাগ্য। আগৰ কালত য়োচেফে তাইৰ দোআৰাই বৰ সঙ্কটত পৰি তাৰ প্ৰান প্ৰায়ে হেৰুআৰ লগা হৈচিল, কিন্তু সেনে তোমাৰ দৰে সি তাইৰ হাত সাৰিল। সেই জি বা হওক, তেও তাই তোমাক কি কি কৰিলে?

বিশ্বাসি। তুমি তাইৰ কিছু কথা জানিবই পোআ; তথাপি তাইৰ বাক্য কিমান মধুৰ আৰু মৰমিয়াল হৈচিল, তাক ভাবিব নোআৰা। তাই সকলো সুখ সন্তোসৰ আসা দেখুআই মোক তায়ে সৈতে ফালৰি জাবলৈ বৰ জতন কৰিলে।

খ্ৰিষ্টিয়ান। ন হই, ভাই, পবিত্ৰ মনৰ জি সন্তোস, তাই তাক দেখাব নোআৰে।

বিশ্বাসি। তেও মোৰ কথা বুজিচা, সকলো সংসাৰিক আৰু সৰিৰ অভিলাসৰহে সুখ দেখালে, তাক মই কৈচোঁ।

খ্ৰিষ্টিয়ান। তুমি জে তাইৰ হাতৰ পৰা ৰখ্যা পালা, তাৰ কাৰনে ইশ্বৰক স্তুতি কৰিব লগা; কিয়নো ইশ্বৰে ঘিন কৰাবিলাক তাইৰ খাৱৈত পৰিবগৈ।

বিশ্বাসি। মই তাইৰ হাতৰ পৰা সকলো তাৰে ৰখ্যা পালোঁ নে, নে পালোঁ, তাক ঠিককৈ কব নোআৰোঁ।

খ্ৰিষ্টিয়ান। কি? তাইৰ ইচাৰ দৰে মান্তি হৈচিলা নে? ইয়াক মই নে ভাবোঁ।

বিশ্বাসি। ন হই, মই তাইৰ লগত কুকৰ্ম জে কৰোঁ, এই ৰুপে মান্তি হোআ নাই। কিয়নো এখন পুৰনি পুথিত জি কথা দেখিলোঁ, তাইৰ ভৰিৰ খোজে নৰককহে ধৰে, সেই কথা সুঁঅৰি তাইৰ দৰ্সনৰ মায়াৰে জেন মুহিত ন হওঁ, এই কাৰনে চকুকে মুদিলোঁ। তাতে তাই মোক অনেক প্ৰকাৰে গালি পাৰিলে, ময়ো বাটে দি গুচি গলোঁ।

খ্ৰিষ্টিয়ান। তুমি আহোঁতে তাত বাজে আৰু কোনো আপদত পৰা নাই নে?

বিশ্বাসি। মই কঠিন পৰ্বতৰ গুৰি পোআ সময়ত এটা অতি বুঢ়া মানুহক লগ পালোঁ, সি মোত সুধিলে বোলে, তুমি কোন, আৰু কলৈ জোআ? তাতে মই কলোঁ, মই জাত্ৰিক হৈ স্বৰ্গিয় নগৰলৈ জাঁও। তেতিয়া বুঢ়াই কলে, তোমাক ভদ্ৰ লোক জেন দেখোঁ; মই বেচ দিলে তুমি মোৰ লগত থাকিবলৈ মান্তি

হবা নে? তাতে মই তাৰ নাম আৰু তাৰ থকা ঠাই সোধাত সি বুলিলে, মোৰ নাম প্ৰথম আদম। কপট নামেৰে এখন নগৰতে থাকোঁ। তেতিয়া মই সুধিলোঁ, তোমাৰ কি বেৰসাই? আৰু জদি তোমাৰ কাম কৰোঁ, তেন্তে মোক কি বেচ দিবা? সি বুলিলে, মোৰ বেৰসাই নানা সুখ ভোগ; আৰু মোৰ বেচ এই, সেসত মোৰ সকলোৰে অধিকাৰ হবা। পাচে মই আৰু সুধিলোঁ, তোমাৰ ঘৰৰ আচাৰ বেৰহাৰ কেনে, আৰু তোমাৰ আন চাকৰ আচে নে? তাতে সি কলে, মোৰ ঘৰত জগত খনৰ সকলো সুখ আচৰন কৰা হৈচে, আৰু মোৰ চাকৰবিলাক মই আপুনি জনমোআ। তেতিয়া মই সুধিলো, তোমাৰ কিমান সন্তান আচে? সি উত্তৰ কৰিলে, মোৰ তিনি জনি জি মাথোন আচে; সিবিলাকৰ নাম সৰিলৰ-সুখ-অভিলাসি, চকুৰ-লোভ-অভিলাসি, আৰু জিৱনৰ-অহঙ্কাৰি। আৰু তোমাৰ জদি ইচা হই, সিবিলাকক বিবাহ কৰিবও পাৰা। পাচে মই সুধিলো, মোক তোমাৰ লগত কেতে দিন মান বাস কৰাৰ খোজা? সি কলে, মই জিমান দিন জিয়াই থাকোঁ, তুমিও সিমান দিন মোৰ লগত থাকিবা।

খ্ৰিষ্টিয়ান। বাৰু, তুমি বুৰাই সৈতে সেসত কি কথা থিৰ কৰিলা?

বিস্বাসি। প্ৰথমতে তাৰ কথা উত্তম জেন দেখি তাৰ লগত জাবলৈ অলপ ইচা হৈছিল; কিন্তু কথা বাত্ৰা হঁওতে মই তাৰ কঁপাললৈ চাই তাত এই কথা লিখা দেখিলোঁ, পুৰনি স্বভাও আৰু তাৰ সকলো কৰম তিয়াগ কৰা।

খ্ৰিষ্টিয়ান। আৰু তাৰ পাচে?

বিস্বাসি। তেতিয়া জুইৰ নিচিনাকৈ এই কথা মোৰ মনত আহিল? সি জেই বা ন কওক, আৰু জেই বা প্ৰসংসাৰে ভুলাওক, তেও মোক জদি তাৰ আপোন ঘৰৰ ভিতৰলৈ নিব পাৰে, তেতিয়া মোক অৱস্যে বন্দিকৈ বেচিব; ইয়াকে মনত বুজি তাক কলোঁ, মোক আৰু কথা ন কবা; মই কেতিয়াও তোমাৰ দুআৰ মুখলৈকে নেজাঁও। তেতিয়া সি মোক সৰিৰ ধৰি বুলিলে, জিহেৰে তোৰ আত্মালৈ তোৰ পথ তিতা হৱ, তেনে এটা তোৰ পাচে পাচে পঠাম। তেতিয়া তাৰ ওচৰৰ পৰা জাবলৈ ধৰিলোঁ; কিন্তু জাবৰ নিমিত্তে ঘুৰিলত সি মোৰ গাত চিকোট মাৰি ধৰি এনে মৰম তুল্য আজোঁৰ মাৰি টানিলে, জে মই ভাবিলো, মোৰ এডোখৰ মঙহ চিগি গল। তাতে সেই দুখেৰে মই এটাহ্ পাৰিলোঁ, অস অস! মই কেনে দুৰ্ভগিয়া মানুহ! পাচে পথে দি পৰ্ব্বতৰ ওপৰলৈ গলোঁ। ॥

---

## মিচা কথাৰ বিবৰন।

On Lying.

ৰামজই নবাটি দেখিবলৈ সুন্দৰ আচিল আৰু তাৰ মাক বাপেকে তাক অতিসই মৰম কৰিচিলে। কিন্তু ৰামজই এটা কথাত বৰ দুষ্ট আচিল, সি বাৰে বাৰে মিচা কথা কৈ থাকে তাৰ বৃত্তান্ত সুনা, ৰামজই পাঁচ বচৰ বয়স হোআত তাৰ বাপেকে তাক ইস্কুললৈ পাঁচি দিএ, আৰু সি ক, খ, বানান, এইবিলাকক পৰ্হিবলৈ জানিচিলে, কিন্তু পৰ্হিবলৈ তাৰ বৰ ইচা নাই, সি কেৱল উমলিবলৈ বৰ মন দিএ।

কেতিয়াবা কেতিয়াবা সি বেলিকৈ ইস্কুললৈ আহে। আৰু জেতিয়া পণ্ডিতে তাক সোধে হে ৰামজই, ইমান বেলি কিয়? তেতিয়া সি মিচাকৈ, মোৰ বোপায়ে সোন কালে আহিব নি দিএ, কিন্তু মোক বজাৰলৈ পঠিয়াই। কেতিয়াবা কেতিয়াবা সি এলাহ্ কৰি ইস্কুললৈ নাহে, আৰু পাচ দিনা আহি কই, মোৰ জৰ হৈছিলে, এই নিমিত্তে আহিব নোআৰিলো। পণ্ডিতে তাৰ কথা সুনি পতিয়াই তাক সাস্তি নি দিএ, তাতে মিচা কথা কৈ কৈ ক্ৰমে ক্ৰমে ৰামজই সাহ বাঢ়ি বাঢ়ি গল। সি নে জানে, ইশ্বৰে সৰ্ব্বদা মোক সদাই দেখি আচে, আৰু মোৰ কথা সকলো সুনে। কেতিয়াবা কেতিয়াবা ৰামজইৰ বাপেকে তাক পইচা দি বজাৰলৈ পঠিয়াই দিএ, কিন্তু সি বৰ দুষ্ট আচিল, আপোনাৰ বাপেকৰ পইচা চুৰ কৰি মিঠৈ কিনি খাই। পাচে আহি কই, আজি বস্তু বৰ মহঙ্গা পইচাই নু জুৰিলে। অলপমান সাক আনিচোঁ। তথাপি তাৰ বাপেকে তাৰ কথা-

জে পতিয়াই তাক শাস্তি নি দিব, এই নিমিত্তে সি মিচা কবলৈ আৰু সাহ পাইচিলে। সি নে জানে, জে ইশ্বৰে মোক সদাই দেখি আচে, আৰু মোৰ সকলো কথা শুনি আচে। পাচে জানৰ হলত ৰামজয়ে দোকান কৰি মানুহক বিস্তৰ ফাঁকি দিবলৈ ধৰিলে, লোনত বালি মিহলাই আৰু আটা গুৰিত পিঠা গুৰি মিহলাই কই, ই ভাল আটা গুৰি। কোনো দিনা এজন চাহাব তাৰ দোকানলৈ আহি সুধিলে, এই কলাত দাম কি' ৰামজয়ে দেখিলে, সেই চাহাবে একো নে জানে, নতুনকৈ আহিচে; তাতে সি কলে, হে চাহাব, ইয়াৰ দাম এটকা। চাহাবে তেতিয়াই এটকা দি একাসি কলা লৈ গল। ৰামজয়ে টকা লৈ কলে, এই বেলি বৰ লাভ কৰিচোঁ, কেনে তাক ঠগ কৰিচোঁ; কিন্তু সি নে জানে, ইশ্বৰে ষৰগৰ পৰা তাক নিতৌ নিতৌ দেখি আচে। অনেক দিনৰ পাচত ৰামজই ম্রিত্যু হল, তাতে ম্রিত্যুৰ দুত আহি তাক নৰকলৈ লৈ গল।

হে প্রিয়বিলাক মিচা কথা কেতিয়াও ন কবা, কিয়নো পৰম ইশ্বৰে কৈচে, মিচা কোআ লোক নৰকৰ জোগ্য হব। জেতিয়া মিচা কথা কবলৈ মন কৰা, তেতিয়া তোমোলাকে সোঁৱৰা, পৰম ইশ্বৰে মোক সদাই দেখি আচে; কিন্তু মিচা কথা কলে ইশ্বৰে তাৰ শাস্তি অৱস্যে মোক দিব।



নুজিলণ্ডৰ এবিৰ নোআ অৰ্থাত ডেউকা বিন চৰাই

Auteryx of New Zealand.

## হিত কথা সকল।

Proverbs.

১। মিচা কোআ মানুহক কেৱে বিশ্বাস ন কৰে।

২। প্রিয় কথাই প্রেম পাবৰ ভৰাল হৈচে।

৩। ধৰমৰ বাটত কাইট আচে।

৪। সমাজত সম্মান পোআটো বৰ ভাগ্যৰ বিসই।

৫। লোকক নিন্দা কৰিবলৈ আৰু সুনিবলৈ আনন্দ নো হোআ মানুহ দেখা নে জাই।

৬। অনেকে সিকাব পাৰে, কিন্তু সিকোআৰ দৰে কাম কৰিব নোআৰে।

৭। ধন হলে অহঙ্কাৰি নো হোআ মানুহ পোআ টান।

৮। বৰ মানুহৰ কোনো বন্ধু নাই, আৰু বৰ মানুহো কাৰো বন্ধু ন হই।

৯। লোকৰ মনটো, এক্কাৰে আৱৰি থকা মহা অৰন্যতকৈ লুকাই থাকে।

১০। জি জনে সচা মিচা বিসেস বিবেচনা ন কৰাকৈ হঠাতে জেই সেই মানুহৰ কথাত বিশ্বাস কৰে, তেঁও ব্রিহস্পতিৰ তুল্য হলেও মানুহালি হব নোআৰে।

১১। মই মৰিবই লাগিব এনে ভাবিলে, অহঙ্কাৰ বাঢ়িব নে ..ৰে।

১২। জতেই ..বহ ধুম ধাম, তাতেই অধিক ফাঁকি।

১৩। জি মনতে এক ৰূপে কৰিম বুলি ভাবে, কিন্তু আন প্রকাৰে কৰে, অৰ্থাত পেটত বিহ মুখত অম্রিত, তাক চিনা মানুহৰ অসাধ্য, তাক ইশ্বৰেহে চিনিব পাৰে।

১৪। সকলোএ আপোনাক বৰ দেখে, কিন্তু আপুনি কিমান সৰু, তাক নে দেখে।

১৫। অনেকে গুৰু হব পাৰে, কিন্তু কোনোএ সিস্য হব নোআৰে।

১৬। তলপিয়া মানুহক দুখ দিবলৈ চিল, কিন্তু তাক তুষ্ট কৰিবলৈ বৰ টান।

১৭। জি সকলে বলেৰে জিকিব খোজে, সেই সকল নিচেই দুৰ্বলি।

১৮। অহঙ্কাৰি মানুহৰ সৰা তিৰোতাও আপোন ন হই।

১৯ । সচা কথা কোৱা জনৰ কেতিয়াও কতো ভই নাই ।

২০ । নিন্দক মানুহ কাৰো প্ৰিয় হব নোআৰে ।

২১ । জগৰিয়া মানুহটো আপোনাৰ মনৰ ওপৰত সদাই জগৰিয়া ।

২২ । সন্তোষ মনেৰে মানুহৰ একোৰো অভাও নাই ।

২৩ । ভাল কৰমৰ দোআৰাই হোৱা সুখৰ নাও পুন্য, বিসম কৰমৰ দোআৰাই হোৱা দুখৰ নাও পাপ ।

২৪ । অহঙ্কাৰটো সকলো পাপৰ বাপেক ।

২৫ । অহঙ্কাৰ ন কৰাকৈ জদি সৎ কৰম ন কৰে, তাক ভাল কাম বোলা নে জাই ।

২৬ । আমাৰ হিংসাই আমাক জিমান অপকাৰ কৰে, হিংসা কুৰিয়া মানুহে আমাৰ সিমান হানি কৰিব নোআৰে ।

২৭ । আমাৰ সক্ৰুএ আমাক কি কৰিব পাৰে, কেৱল আমাৰ ধৰ্ম্মেহে আমাৰ সক্ৰু হৈ আমাক নষ্ট কৰিচে ।

২৮ । মদ (অহঙ্কাৰৰ) ওপৰত মদ (চাৰাপ) কত আচে?

২৯ । সকলোএ মিচা ধনত লোভ কৰে সঁচা ধনত লোভ কৰোঁতা নাই ।

৩০ । বিবেচনা কৰি কাম কৰিলে পাচে বেজাৰ পাব নে লাগে ।

৩১ জি মানুহে ভাগ্যৰ কালত সৎ স্বভাও হই, সেই জনেই প্ৰিথিবিত জথাৰ্থ ৰূপে জস পোৱা হব ।

৩২ । জি, জি মানৰ মানুহ, সি সেই মতেই কাৰ্জ কৰা উচিত ।

৩৩ । মৰম নাই কিয়া সৰিল, সৰিল ন হই ।

৩৪ । সত্য চিন্তাৰ বাহিৰে জি চিন্তা, সি চিন্তা চিন্তাই ন হই ।

৩৫ । পৰমাৰ্থৰ বাহিৰে সামান্য কথাত জথাৰ্থ সুখ কেতিয়াও ন হই ।

৩৬ । মায়াত মজি থকাতেই কষ্ট ।

৩৭ । সাধুৰ সবেই সম । .

৩৮ । ইন্দ্ৰিয় দমন কৰা ন হলে ঈশ্বৰৰ প্ৰেম পাব নোআৰে । পূ. স.

## অচমিয়া ৰজাবিলাকৰ মোহৰ :

Coins of the Assamese Rajas.



Rupee of Sworgo Narayon Protap Singh, struck A. D. 164·

শ্ৰী শ্ৰী স্বৰ্গনাৰায়ন দেৱস্য শাকে ১৫৭০ । শ্ৰী শ্ৰী হৰি হৰ চৰন পৰায়নস্য । অৰ্থাত শ্ৰী শ্ৰী স্বৰ্গনাৰায়ন প্ৰতাপ সিংহৰ ৰূপ । সঁক ১৫৭০ । বিষ্ণো, সিৱ, দুইৰো চৰনত পৰি থাকোঁতা ।



Rupee of Chokrodwoj Singh, struck A. D. 1663.

ই কালে, শ্ৰী শ্ৰী স্বৰ্গদেৱ চক্ৰধ্বজ সিংহ। শাকে ১৫৮৫ । সঁক চালে ১৫৭৫ লিখা জে দেখি, কিন্তু তেতিয়া চক্ৰধ্বজে সিংহাসনত উঠা নাই । সি কালে, শ্ৰী শ্ৰী সিৱ ৰাম পদাৰবিন্দ পৰায়নস্য, অৰ্থাত সিৱ ৰাম দুইৰো ভৰি ৰূপ পদ্মত পৰি থাকোঁতা ।



Rupee of Chokrodwoj in Ahom Characters, A. D. 1664.

ই কালে, চ্যাও কা চুপুংমুং সিন চ্যাও লাকনি সেকসি । তাৰ অৰ্থ, চ্যাও কা, স্বৰ্গদেও; চুপুংমুং, চক্ৰধ্বজৰ আহোম নাম; সিন চ্যাও, ৰজা হোৱা । লাকনি, সঁক; সেকসি, ৫৩ । হিন্দু মতে, ৰজা হোৱা স্বৰ্গদেও চক্ৰধ্বজ সিংহ, সঁক ১৫৮৬ ।

সি কালে, কাও, মই; ৰই, সেৱা কৰোঁ, ফা তাৰা, সৰ্ব্বৰ ঈশ্বৰ; কাচু, সাম ।



Round Rupee of Supungmung, or Chokrodwoj.

এই ঘুৰনিয়া ৰুপতো সেই আখৰ আচে । এনে ৰুপ পাৰবলৈ টান; আমি অনেক ঠাই বিচাৰি এটা মাথোন পালোঁ । তেঁওৰ ৰাজ ভোগ ১৫৮৫ সঁকৰ পৰা ১৫৯২ সঁকলৈকে ।



Rupee of Godadhor Singh, or Supatpha, A. D. 1682.

ছুফালে, ত্যাও চুপাতফা, গদাধৰ দেও; পিন থুন, মহা ৰজা হোঅ: লাকনি ৰাইচান, সঁক ১৪; হিন্দু সঁক, ১৬০৪ ।

সৌ ফালে, কাও ৰই, মই সেৱা কৰোঁ; ফা লেংদন, স্বৰ্গিয় ইন্দ্রৰ; কাভু্যা, নাম ।



Supatpha, Godadhor Singh, A. D. 1682.

এই ৰুপতো একে আখৰ লিখা হৈচে । সেন চৰাইৰ ঠোঁট পিচ কাললৈ ওলোটাই দিয়া হৈচে ।



হও গদাধৰৰ ৰুপ, কিচু তাঠ; সিংহ আৰু পখি একে কাৰ্লে দিয়া হৈচে । এনে দৰে তেঁওৰ ৰুপ বেলেগ বেলেগ চকলাৰে মৰা হৈচে, কিন্তু সকলোতে একে কথা আৰু একে-টা সঁক দিয়া হৈচে । তেঁওৰ ৰাজ ভোগ ১৬০৩ সঁকৰ পৰা ১৬১৭ সঁকলৈকে ।



Rupee of Rudro Singh, struck A. D. 1696.

শ্রী শ্রীমত স্বৰ্গদেৱ ৰুদ্র সিংহস্য শাকে ১৬১৮ । শ্রী শ্রী হৰ গৌৰি পদাম্বুজ মধুকৰস্য, অৰ্থাত্ সিৱ গোসানিৰ চৰন ৰুপ পদুমত ভোমোৰাৰ ।



Rudro Singh, King of Soumar, A. D. 1697.

শ্রী শ্রীমত সৌমাৰেস্বৰ দেৱ ৰুদ্র সিংহস্য । শাকে ১৬১৯ । শ্রী শ্রী হৰ গৌৰি পদ জুগল কমল মধুকৰস্য, অৰ্থাত সিৱ গোসানিৰ দুই চৰন ৰুপ পদুমত ভোমোৰাৰ । সিংহ আৰু পহু থকা ৰুপ দুটা মাথোন পালোঁ ।



Coin of Rudro Singh, struck A. D. 1708.

এই ৰুপৰ আখৰ প্রথমটৰ নিচিনা । ৰুদ্র সিংহে ১৬১৭ সঁকৰ পৰা ১৬৩৬ সঁকলৈকে ৰাজ ভোগ কৰিলে ।

## বোধ নাই কিয়া পৰিয়া ।

কোনো এটা মানুহে মদ খাই উন্মত্ত হৈ বাটৰ দাঁতিত পৰি আচিলে, এনেতে ৰজাৰ পৰিয়াই আহি তাৰ হাতত ধৰি কলে, বোলে, হেৰ মতলিআ বল, তোক বন্দিসাললৈ নিব লাগে । মতলিয়াই উত্তৰ দিলে, বোলে, হে অবোধ, জদি মোৰ জাৰলৈ সক্তি থকা হলে, তেন্তে মই আপোনাৰ ঘৰলৈ গলোঁহেঁতেন, তৰি-ৰে খোজ কাঢ়ি তোৰ লগত কেনেকৈ জাম ?

## ডিচেম্বৰত লিখা প্ৰশ্নৰ উত্তৰ।

Answers to Questions in December.

ডিচেম্বৰ মাহৰ অৰুনোদইত লিখা ১০ প্ৰশ্নৰ এই এই উত্তৰ এজন ডেকা পণ্ডিতে আমাক অৰুনোদইত চাপিবলৈ দিছে।

প্ৰথম প্ৰশ্নৰ উত্তৰ। ৬ মাহৰ মধ্যত সাল গচ, বিদেশ বাঁহ গচ ১০ হাত ব্ৰিধি হই।

২। কেঁকোৰা, মাচ, পখিএ, আপোনাৰ জাতিকে খাই; কেঁকোৰাই গিয়াতি খোৱা কি কম উপজিএই গৰ্ভত থাকোঁতে মাককে খাই।

৩। ভুমৰাৰ হাতৰ সলনি সুণ্ডাক্ৰিতি মুখ এডাল আছে।

৪। মানুহৰ কামি হাৰ চেপেটা, ও বিস্তিৰ্ন, মাচৰ গোটা ও দিৰ্ঘাকাৰ ৰূপে নিৰ্মিত।

৫। মাচৰ নাক চেপেটা, মানুহৰ ওখা, বৰ প্ৰভেদ, আৰু মাচৰ গালেৰে নিশ্বাস প্ৰশ্বাস গবিতিয়াগক, মানুহে নাকেৰেহে তিয়াগ কৰে।

৬। মেঘ আহিলে বদ নষ্ট হই, এই কাৰনে চুকাবৰ সময়ত বৰ তেজস্বি হই, আস্ত্ৰিস চাকিটো নুমাবৰ বেলি বৰকৈ জলে, সেই দৰে হইও।

৭। পাট সাকৰ মৰাপাট, তাৰ দোআৰাই তুলাপাত।

৮। কচু পাত ও পদ্ম পাত, এই দুইত পানি পৰিলে নি তিতে।

৯। গচৰ ওপৰত বট গচ, ও জৰি, ও আইত উতপনো হই, ব্ৰিধিও হই।

১০। পঞ্চ ৰূপতা এই, মানুহকো কাটিলে মৰে, গচো চেদনে ম্ৰিত্যুত্ব পাই, ১। গচৰো চাল, মানুহৰো চৰ্ম, ২। মনুস্যৰ অঙ্গ প্ৰত্যঙ্গ, ব্ৰিখ্যাদি সাখা পত্ৰাদি, ৩। জনৰো বাল ব্ৰিধ, বুৰা, পাদপৰো আচে, ৪। লোক সকল বিৰ্জত উতপন, মহিকহাদি গুটিতে জনম, নাইবা মানৱকে চেদিলে ৰক্তোনিৰ্গত হই, সাখাবিলাকৰো সেই দৰে প্ৰত্তি যাই তেজ ওলাই।

ইয়াত বাজে আন আন কোনো সংস্কিত আৰু বঙ্গালিৰে মিহলি কথা লিখিচে; আৰু সংস্কিতৰ মাত লিখাৰ দৰে দিৰ্ঘ ইকাৰ উকাৰ আদিৰে তাসাৰ মাতো লিখিব দিচে; আৰু আমাত কৈচে, "আনন্দ বৰ্দ্ধক, ও ছন্দ, ও সংস্ক্ৰিত কঠোৰ কঠোৰ শব্দ, এবং গভিৰ ভাৱ, জ্ঞানৰ নিমিত্ত পদবিলাক ছন্দ ও পদ বন্ধবিলাক শ্ৰাৱনী জনৰ শ্ৰৱন কুহৰে সুধা শ্ৰবিত তুল্য হলইতেন, অৰুনোদই নো কি অমুল্য নিধি হলইতেন, কৱই নোআৰোঁ; তথাচ্চ ৰাখৰ দিয়া সোনাৰ ভুবনতে হিৰা পতাৰ মিতিন হব।"

Style and Mode of Spelling.

কিন্ত আমি কেৱল পণ্ডিতলৈ লিখা ন হই, সকলো মানুহৰ নিমিত্তে লিখিচোঁ। সংস্ক্ৰিত আৰু ভাসা মিহলি কৰিলে, আমি ভাল নে দেখোঁ; সংস্ক্ৰিত হলে সুধ সংস্ক্ৰিতেই হব লাগে; ভাসা হলে সুদা ভাসা হব লাগে। সংস্ক্ৰিতত প্ৰাই সংজোগি আখৰ, ভাসাত গোট গোট আখৰ। আগৰ কালৰ মানুহৰ মুখত সংস্ক্ৰিতৰ সকলো মাত লিখা দৰে ফুটিচিল; এতিয়া প্ৰাই পণ্ডিতৰ মুখতো নু ফুটে।

ভাসা লিখোঁতে, আখৰৰ জিমান জাতি, তিমানহে লিখিব লাগে; একে জাতিৰে দুই তিনি প্ৰভেদৰ সকাম নাই। জ, য় জৰ, এই দুইৰো একেটা উচাৰন; এই হেতুকে অন্তস্থ যৰ বাহিৰে আন য নি লিখোঁ। শ, ষ, স, তিনটাৰে একে মাত; জ্ঞী শ্ৰীৰ একো ভেদ নে দেখোঁ; আমি কেৱল সহে লিখোঁ। ন, ণ, আৰু হ্ৰস্ব দিৰ্ঘতো এই দৰে বুজিবা। ভাসাত বণ নো বোলে, বনহে বোলে; পানী হলে পানি বোলে পাণীৰ ঠাইত পাপি; কুলৰ ঠাইত কুল; সুৰ্য্যৰ ঠাইত সুৰ্জ বা সুৰুজ। আৰু ৰেফ ৰ পাচত এটা আখৰ দুটাকৈ নু ফুটে; পৰ্ব্বত নো বোলে, পৰ্বতহে বোলে; সৰ্ব্ব, ধৰ্ম্ম, কৰ্ম্ম, মৰ্ম্ম, মুখত নোলাই; সৰ্ব, ধৰ্ম, কৰ্ম, মৰ্ম নাইবা ধৰম, কৰম, মৰম, এই ৰূপে ওলাই। শ্লোক লিখিলে সংস্ক্ৰিতৰ ভাবেৰে অৱস্যে লিখিব লাগে; ভাসাত হলে আমাৰ সাই ন ধৰিবা। আৰু আমাৰ অৰুনোদইত জদি কোনো কোনো কথা ভাল নে দেখা, তেন্তে তাক এৰি ভাল খিনি গ্ৰহন কৰিবা; জেনেকৈ শ্লোকত লিখা আছে;

প্রাজ্ঞস্তু জল্পতাং পুংসাং শ্রুত্বা বাচাত্তভাত্তভা।
গুনবদ্বাচ মাদত্তে হংসক্ষীরমিব ম্ভবা ।

অৰ্থাত পণ্ডিত গিয়ানি মানুহে কথা কোআ লোকৰ ভাল বেয়া বাক্য সুনি গুন থকা বাক্য গ্ৰহন কৰে; জেনেকৈ ৰাজ হাঁহক পানিএ গাখিৰে মিহলাই দিলে, এঁৰা গাখিৰ বাঁচি খাই, পানি নে খাই । ॥

## প্রশ্নবিলাকৰ উত্তৰ ।

Answers received from Nowgong.

আমি জি দহোটা প্রহেলিকা শ্ৰী পূৰ্নানন্দ সৰ্মাৰ দোআৰাই পৰ্হা সাজিৰ লৰা সকলক সোধা সুনিচোঁ, তাতে আমি কোনো কথা সেই প্ৰশ্নত এটাৰ পাৰিম জেন ভাবি, তেঁওক সেই কথা জনাবলৈ ইচা কৰিচোঁ। ইয়াতে জি লিখোঁ হয় নে, ন হই, আমাক জনাব ।

১ । এই দেসত চ মাহৰ ভিতৰত বাঁহ গচ ১০ হাততকৈও ওখ হই ।

২ । কেঁকোৰাই আপোন জাতিকে খাই ।

৩ । হাতৰ সলনি ভোমোৰাৰ মুখ ।

৪ । মানুহৰ কামি হাৰ চেপেটা, মাচৰ গোটা ।

৫ । মাচৰ নাক মানুহৰ পৰা বেলেগ আচে; মানুহৰ ওখ, মাচৰ নাক মুৰে সৈতে সমান ।

৬ । আহ্নিক আৰু বাৰ্সিক, এই দুই গতিৰ দোআৰাই জাৰ আৰু ঘাম হই ।

৭ । মৰা সাকৰ দোআৰাই তুলাপাত কৰে । আৰু কোনো কোনো দেসত বাঁহ গাজ, কপাহ, এই সকলো কাগজৰ মূল । কিন্তু মিচৰ দেসত পাপিৰচ নামেৰে এবিধ গচেৰেও তুলাপাত কৰে ।

৮ । কচু পাত আৰু পদ্ম পাত এইবিলাকত পানি পৰিলেও নি তিতে ।

৯ । বযুমলা, আৰু লতা জৰি, সগুনি লতা আৰু অনেক অনেক লতা ফুল মাটিত মু কলেও আকাসতে বাৰ্হে ।

১০ । গচ এই ৰূপে জন্তুৰ নিচিনা হই; গচত জন্তুৰ নিচিনা সিৰ আচে। সেই সিৰবিলাকে সি সিপাৰ পৰা পানি জাই, সেই পানিৰ দোআৰাই জিপ পাই, গা, চাল, ডালবিলাক তেজ ভৰিৰ নিচিনাকৈ বাহি জাই। G. L. P.

## মচৰ উদিন দুত্তিয় মহমদ ।

The Pathan Dynasty—Naser Uddin Mahomed II.

জেতিয়া ইলতমস্য বাদস্যাৰ বৰ পুতেক বঙ্গালৰ দেসত মৰিল, তেতিয়া তেঁও আপোনাৰ সৰু পুতেক মহমদক জি প্ৰদেসৰ অধিকাৰ কেৱল নাম মাথোন দিলে । সেই মহমদ আপোন পিত্ৰিৰ পৰা আঁতৰ হোঁআত নিৰ্দয়া ৰানিৰ দোআৰাই বন্দি সালত থোআ হৈচিল, আৰু জেতিয়ালৈকে মচউদে মুকলি ন কৰিলে, তেতিয়ালৈকে তেঁও তাতে থাকিল । তেঁও বন্দি সালত বন্ধন হৈ থকা কালত আপোনাৰ খৰচৰ নিমিত্তে চৰকাৰি ধন লবলৈ অসম্মত হৈ আপুনি লিখা পুথি বেচি প্ৰবৰ্ত্তন কৰিলে । তেঁও জেতিয়া সিংহাসনত উঠিল, তেতিয়া বিদ্যা সিকোআত আৰু লোকবিলাকৰ পালন আৰু দৰিদ্ৰ লোকৰ উপকাৰ কৰোঁতা বুলি আপোনাক প্ৰখ্যাত কৰিলে ।

উজিৰৰ ৰাব তেঁও সৰু বালিনক দিলে, আৰু আপোনাৰ ভায়েকৰ পুতেক চেৰক লাহোৰ আৰু তিবৰহিন্দ, ভটনেজৰ, এই তিনি দেসৰ অধিকাৰ পাতি মগলবিলাকৰ নিমিত্তে সেই দেসত বিস্তৰ সৈন্য জুগুত কৰিবলৈ আগ্যা কৰিলে ।

Marries the Daughter of Balin.

১২৪৯ সঁকত বাদস্যাই সেই দেসৰ বিৰোধ কৰাবিলাকক দমন কৰিবৰ নিমিত্তে আপোনাৰ উজিৰক সৈন্য সমনিতে ৰান্থামপুৰ আৰু মেৱাৰৰ পৰ্বতলৈ পঠালে । আৰু সেই বচৰতে উজিৰে বালিনৰ কন্যা বিবাহ কৰি অতি প্ৰতাপ কৰিলে । তাৰ পাচৰ বচৰত তেঁও আপোনাৰ সৈন্য লৈ মুলতানলৈ গল, আৰু বৰ বালিনক নগৰ আৰু মুলতান দেসৰ ওপৰত অধিকাৰ পাতি, আৰু নানা বিসই থিৰ কৰিবৰ হেতুকে ৰাজধানিলৈ পুনৰাই উভতি আহিল ।

Balin rebels against his Emperor.

এই সকলো অনুগ্ৰহ পাই বালিনে ১২৫১ সঁকত মহমদৰ অহিতে দ্ৰোহ আচৰিলে, আৰু সেই প্ৰদেসতো অনেক দ্ৰোহ পতালে । মহ-

মদে তাক পৰাজই কৰিলে; কিন্তু সেই কানৰ বৃত্তান্তৰ অনুসাৰে বাদিন মহম্মদৰ আগত অতি নম্ৰ হলত, তেঁও তাৰ অপৰাধ খেমা কৰি তাক পুনৰ বাৰ আগৰ পদত ৰাখি থলে। বাদস্যা অলপ দিন মাথোন দিল্লিত থাকি নাৰ্বৰাৰ গৰ বেৰিবলৈ গল; সাহৰ গিৰি নামে এক হিন্দু ৰজাই সেই গৰ ওথ পৰ্বতৰ ওপৰত সাজিছিল, আৰু তাৰ চাৰিও ফালে পাঁচ হেজাৰ ঘোঁৰা চিপাহিৰ আৰু দুই লাখ পদাতিৰ যোআৰাই চকি দি ৰখাইছিল। তেঁও মহম্মদে সৈতে ৰন ধৰি আপোনাৰ বহু সৈন্য নাস কৰাই সেলত পৰাজই হল; পাচে মহম্মদে সেই গৰ অধিন কৰি ললে। বাদসাই তাৰ পৰা চিন্দৰি আৰু মালোআলৈ গল, আৰু সেই সকলো দেস থিৰ কৰি, তাৰ ওপৰত একজন চুবাদাৰ পাতি পুনৰাই দিল্লিলৈ আহিল।

Shere conquers Ghazni.

এনে কালত লাহোৰৰ অধিকাৰ বাদস্যাৰ ভতিজা চেৰ বিদ্যা আৰু সাহত অতি খিয়াতিমন্ত হল; তাতে তেঁও ঘোঁৰা চিপাহি জুগুত কৰি মগলবিলাকক গজনিন ৰাজ্যৰ পৰা খেদাই সেই দেস পুনৰ বাৰ আপোন ৰাজ্যৰ লগত মিল কৰিলে। তেঁও মহম্মদৰ নামেৰে চিকা মাৰি চলালে, আৰু দেসৰ মাজত মহম্মদ বাদস্যা বুলি প্ৰকাস কৰিলে। এই সকল কৰ্মত সন্তোস পাই তেঁও ভতিজাকক মুলতান দেস দিলে।

Balin defeats the Rajputs.

১২৫৭ সঁকত বাদস্যাৰ আগ্যাত উজিৰে সিৱালি আৰু ৰান্তাম্পুৰলৈ সৈন্য লৈ গল, কিয়নো সেই ঠাইত হিন্দু লোকে দ্ৰোহ পাতিছিল, আৰু বহু ঘোঁৰা চিপাহি আৰু পদাতি সৈন্য লৈ দেস লুট কৰিছিল। উজিৰ গলত সিইঁতে পৰ্বতৰ গুপুত ঠাইত লুকাই থাকিল, কিন্তু সেই ঠাইতো তেঁও সিইঁতক জই কৰিলে, আৰু সিইঁতৰ মুৰৰ ওপৰত মূল্য বান্ধি চাৰি মাহলৈকে অগ্নি অস্ত্ৰৰ যোআৰাই দেস নষ্ট কৰিলে।

এই ৰজপুতবিলাকৰ অধিকাৰবোৰ ত্ৰিক্ষু কন্ন হৈ আপোনাৰ সকলো সৈন্য গোটাই জলৰ সোঁতৰ দৰে পৰ্বতৰ পৰা তৈয়ামলৈ নামিল। সিইঁতে প্ৰথমে অতি প্ৰতাপি ৰূপে আক্ৰমন কৰিলে, কিন্তু ৰনৰ মাজ সময়ত সিইঁত অধিক ক্লান্ত আৰু দুৰ্বলি হল; ইয়াতে বাদস্যা[illegible]নাপতিএ আপোনাৰ সৈন্যৰ প্ৰাক্ৰমে সাহ জন্মাই সত্ৰুৰ ওপৰত আক্ৰমন কৰিলে আৰু পলোআৰ আগেএ অনেক বধ কৰি সিইঁতক পৰ্বতলৈ খেদাই দিলে, আৰু অনেকক ধৰি বন্দি কৰি ললে, আৰু তাগ্যৱন্ত সৈন্যবোৰক মৰনলৈকে বন্দি কৰি ৰাখিলে।

Arrival of an Ambassador from Persia.

সেই বচৰত পাৰ্চি দেসৰ বাদস্যাহ জঙ্গিচখাঁৰ নাতিএকৰ উকিল অৰ্থাত কটকি দিল্লিলৈ আহিল। উজিৰে আন দেসৰ পঞ্চাস হেজাৰ ঘোঁৰা চিপাহি আৰু দুই লাখ পদাতি, দুই হেজাৰ বমুআ হাঁতি, তিনি হেজাৰ ঘোঁৰাৰ ৰথ ভৰাদি উকিলক আগ বঢ়াবলৈ গল। তেঁওৰ সমুখত ঘোঁৰা চিপাহিবিলাকে মিচাকৈ ৰন কৰি মান, কিৰ্তি দেখাই আপোনাৰ সকলো ঐশ্বৰ্জ প্ৰকাস কৰি নগৰৰ ৰাজ ঘৰলৈ তেঁওক আনিলে; তাতে সেই ঠাইত অতিসই ঐশ্বৰ্জ ৰূপে বাদস্যাক দৰ্সন পালে।

Death of the Emperor.

এই কৰমৰ সমাপত হোআৰ পাচত ১২৬৪ সঁকলৈকে দিল্লিত আৰু কোনো আচৰিত প্ৰধান কৰম হোআ নাই। সেই সঁকতে বাদস্যাহ নৰিয়া পৰি অনেক মাহৰ পাচত ১২৬৫ সঁকত আপোনাৰ প্ৰজাবিলাকৰ সোক হবলৈ মৰিল।

ন. স. ক.

---



Coin of Nasir Uddin Mahomed.

সোঁ ফালৰ পৰা পৰ্হা। উল চুলতান উল আজম নাচৰ উদ্দিন মহম্মদ। এই মহম্মদ নাম বাঁও ফালে আছে; আৰু ঘোঁৰাৰ মুখৰ আগত, শ্ৰী হম্মিৰঃ, এই কথা লিখা আছে।

## বান্দৰৰ বিবৰণ।

Apes, Gibbons and Monkey

বান্দৰৰ মাজত অনেক জাত আছে। উৰাঙ্গ বা উৰাঙ্গ উতান, চিম্পাঞ্জি, গিবন, এই তিনি বিধ আন কেই জাতত্তকৈ মানুহৰ নিচিনা হয়, সেইবোৰকে বন মানুহো বোলে। ওপৰত উৰাঙ্গ উতানৰ আৰু তলত চিম্পাঞ্জিৰ নকচা লিখা হৈছে। উৰাঙ্গ উতানৰ মানুহৰ দৰে কোনে পতি বাৰে টা বাৰেটা কাম্নি হাৰ আছে, কিন্তু চিম্পাঞ্জিৰ তেৰেটা আছে। সিবিলাকৰ কঁপাল চাপৰ, মানুহৰ সমান ডাঙ্গৰ ন হয়। জাৰ কঁপাল ডাঙ্গৰ তাৰ গিয়ান সৰহ; সৰু কঁপাল হেতুকে বান্দৰৰ গিয়ান নাই। সেই বন মানুহৰ হাত দিঘল, হাত আৰু ভৰিএৰে চাই ঠেঙ্গিয়াৰ দৰে জাই, কেতিয়াবা কিছুবাত ধৰি থিয়ও হুব পাৰে। এই তিনি বিধৰ নেগুৰ নাই।

চিম্পাঞ্জি পচিম আফ্রিকাত বাস কৰে, তাৰ



The Chimpanzee



The Ourang Outang.

মত্তাবোৰৰ ওখ তিনি হাত, মাইকিৰ দুহাত এবেগত মান, কোনো ঠাইত প্রায়ে মানুহৰ সমান ওখ পোৱা হৈছে। সিহঁতে জাক পাতি থাকে, আৰু মাইকি পোৱালিবোৰ ধৰবলৈ সৰু পজাও সাজি গচৰ পাতেৰে ঢাকে। সিহঁতক জেতিয়া মানুহে ধৰিব খোজে, তেতিয়া ৰবকৈ জুধ কৰে, দহোটা মানুহেও এটাক জিকিবলৈ টান; জেতিয়া হিলৈএৰে মাৰে, তেতিয়া সকলোবোৰ তাৰ ওপৰত্তে পৰে। হিলৈ পেলাই দিলেহে সি বথ্যা পাই, সিহঁত্তে পেলাই দিয়া হিলৈ নি ভাঙ্গি চিঙ্গি থাকে। সিহঁতে আকেৰে ফুৰোঁতে মানুহক দেখিলে, মৰন তুল্য দুখ পোৱাৰ দৰে ৰবকৈ চিয়ৰে। মানুহৰ দৰে ডালকৈ খোজ কাঢ়ি ফুৰিব নোৱাৰে, কিন্তু বেগাই গচৰ ডালে ডালে ফুৰি বৰ ভাল পাই।

উৰাঙ্গৰ নিবাস বৰ্নিও আৰু চুমাত্রা উপদিপ। তাৰ দিঘল প্রাই চাৰি হাত, তাৰ মুৰ ডাঙ্গৰ, কঁপাল খাল, দুইটা চকু প্রায়ে

লগা লগি, নাক নিচৈ চেপেটা, ওঁঠ ডাঙ্গৰ, মুখৰ ওপৰে তলে অলপমান ডাৰি আছে, দেখিবলৈ ভই লগা। সিহঁত মাটিএ বৰকৈ ফুৰিব নোআৰে, কিন্তু বৰং হাবিত ই গচৰ পৰা সি গচলৈ জাঁপ মাৰি বৰ বেগেৰে জাই। চিম্পাঞ্জিৰ নিচিনাকৈ জাক পাতি নে থাকে বুলি কই, গচৰ ওপৰত চাঙ্গৰ নিচিনা বাহ সাজি, গোট গোট হৈ তাতে প্ৰায়ে সদাই বহি থাকে। জাবা দিপত থকা তক্কৰ এবেল চাহাবে এটা উৰাঙ্গৰ কথা এই ৰূপে লিখিচে, মোৰ



বাৰা মাজুলিত থকা তাৰ্চি বান্দৰ।

ঘৰৰ ওচৰত থকা তেতেলি গচত এটা উৰাঙ্গে সৰু ঠালবোৰ চপাই বৈ তাৰ ওপৰত পাত পাৰি তাতে বাস কৰিলে। সি বাহৰ পৰা অলপমান মুৰ উলিয়াই তললৈ বাটৰুআ মানুহক চাই চাই থাকে; তাতে জদি কোনো মানুহক কিবা খোআ বস্তু অনা দেখে, তেতিয়া কিছু পাবৰ আসাৰে নামি আহে। পাচে সেই তক্কৰ চাহাবে তাক জাহাজত ইংলণ্ডলৈ নিলে। বাটত জাঁওতে সবাৰে বৰকৈ খেমালি কৰি থাকে, কিন্তু তাত থকা গোটা চাৰেক বান্দৰেৰে বঙ্গ



দখিন আমেৰিকাৰ ৰাও কৰা বান্দৰ।

কৰিবলৈ বৰ গফ পাতি সিহঁতেৰে নোমলে। এদিন তিনি সৰু বান্দৰ থকা গৰাল বান্দৰে সৈতে সাগৰত পেলাব খুজিচিল। তাক সুমখিৰা টেঙ্গা দেখুআই জদি নি দিএ, তাৰ বৰ খঙ্গ হৈ, সি আপোনাকে সাগৰত পেলাব খুজি, আপোন ঘাতি হোআৰ নিচিনাকৈ দেখাই।

আৰু গিবনৰ অনেক বিধ আছে, তাৰ মাজত লৰুক গিবন, অৰ্থাত হলৌ, চিয়ামেঙ্গ, বগা হতিয়া গিবন, আৰু ৰূপ সুকুলা গিবন।



বৰ্ণিও দিপত থকা কাহাউ বান্দৰ।

নেগুৰ দগা বান্দৰ অনেক জাত আচে, সি-বিলাকৰ মাজত কাহাউ কাহাউ বোলা বৰ আ-চৰিত এবিধ আচে। সিইঁতৰ নাক হাঁতি সুবৰ-দৰে কিচু দিঘল, কিন্তু কোঁচ খাই থাকে। সি ইঁত পুআ আৰু গধুলি সদাই তাহঁৰ গচত গোট খাই দৰি দৰি থাকে। হলৌ, হনুমন্ত, আৰু মলুআ হিন্দুস্থান দেসত থাকে। আ-ফ্রিকা আৰু মাদাগাস্কৰ দিপত বগা ডিঙ্গিয়া বান্দৰ, ফুটুকি বান্দৰ, সৌজিয়া বান্দৰ, বগা নকিয়া বান্দৰ, এই সকলো বিধ আচে। সৌ-জিয়া বান্দৰ চেনেগাল দেসতে থাকে, সি দে-খিবলৈ সুন্দৰ। গুড হোপৰ ওচৰৰ পৰ্বতত চাকমা নামে এবিধ সকত বান্দৰ থাকে। সি কুকুৰতকৈ দুগুন বলি। সি চৰাইৰ কনি, গচৰ গুটি, কেঁকোৰা বিচাকো খাই। গিনিয়া দেসত মান্দৰিল নামে সকত আৰু গিয়ানি এবিধ থাকে।

সাগৰৰ মাজুলিত তাচিঁ বান্দৰ পোআ জাই। সিইঁতৰ মুৰ ঘুৰনিয়া, নাক আৰু মুখ চুটি, চকু বৰ ডাঙৰ, ঠেঙ্গ আৰু নেগুৰ দিঘল। আই আই বোলা এবিধ মাদাগাস্কৰত আচে। আমেৰিকা দেসত অনেক জাতৰ বান্দৰ আচে, তাত থকা আদি বাসি লোকে মাৰি খাই, কিন্তু সভ্য লোকে তাক সৰু লৰাৰ নিচিনা দেখি খা-বলৈ ঘিন কৰে। কিন্তু আমেৰিকাৰ মাজ ঠাই-তহে বান্দৰ থাকে, উত্তৰ ফালে জাৰৰ ঠাইত নে থাকে। তাৰ মাজত মকৰা বান্দৰ, মিৰিকি বান্দৰ, আৰু বাও কৰা হলৌ, চালু বান্দৰ, কা-কাজো বান্দৰ, এইবিলাক আচে। আৰু তাত বাজে অতি সৰু সুন্দৰ এবিধ আচে, তাক মামমেজত বোলে। তাৰ নোম মিহি আৰু পে-পেত, সি বেগতে জাতি হই; সি একে বেলিএ দুই তিনটাকৈ পোআলি জগাই। সিইঁতৰ চি লনি, সাপ আদি অনেক সত্রু আচে দেখি সদাই ত্ৰেৰে থাকে। এই মাহৰ অৰুনোদইৰ প্ৰথম পিটিত মানুহে তাক হাতত লৈ থকাৰ নকচা দেখিবা। তাৰ তলত মানুহৰ হাতৰ আঙুলি গোলাপ ফুলে লৈতে চিনিৰ পোআ।

## মেই, অর্থাত জেঠৰ পঞ্জিকা।

Almanac for May, A. D. 1854. Asom Era, 1776.

| মেই | বহাগ | বাৰ | চন্দ্ৰমা | [illegible] | মেই | জেঠ | বাৰ | চন্দ্ৰমা | [illegible] |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ২ | ২ | ১৩।২ | ১৬ | ৩ | ৩ | ১৭ | ১৩।২১ |
| ২ | ২০ | ৩ | ৩ | ১৩।৩ | ১৭ | ৪ | ৪ | ১৮ | ১৩।২২ |
| ৩ | ২১ | ৪ | ৪ | ১৩।৪ | ১৮ | ৫ | ৫ | ১৯ | ১৩।২৩ |
| ৪ | ২২ | ৫ | ৫ | ১৩।৬ | ১৯ | ৬ | ৬ | ২০ | ১৩।২৪ |
| ৫ | ২৩ | ৬ | ৬ | ১৩।৭ | ২০ | ৭ | ৭ | ২১ | ১৩।২৫ |
| ৬ | ২৪ | ৭ | ৭ | ১৩।৮ | | | | | |
| | | | | | ২১ | ৮ | ১ | ২২ | ১৩।২৭ |
| ৭ | ২৫ | ১ | ৮ | ১৩।১০ | ২২ | ৯ | ২ | ২৩ | ১৩।২৮ |
| ৮ | ২৬ | ২ | ৯ | ১৩।১১ | [illegible] | ১০ | ৩ | ২৪ | ১৩।২৮ |
| ৯ | ২৭ | ৩ | ১০ | ১৩।১২ | ২৪ | ১১ | ৪ | ২৫ | ১৩।২৯ |
| ১০ | ২৮ | ৪ | ১১ | ১৩।১৩ | ২৫ | ১২ | ৫ | ২৬ | ১৩।৩০ |
| ১১ | ২৯ | ৫ | ১২ | ১৩।১৪ | ২৬ | ১৩ | ৬ | ২৭ | ১৩।৩১ |
| ১২ | ৩০ | ৬ | ১৩ | ১৩।১৬ | ২৭ | ১৪ | ৭ | ২৮ | ১৩।৩২ |
| ১৩ | ৩১ | ৭ | ১৪ | ১৩।১৭ | | | | | |
| | | | | | ২৮ | ১৫ | ১ | ২৯ | ১৩।৩৩ |
| ১৪ | ১ | ১ | ১৫ | ১৩।১৮ | ২৯ | ১৬ | ২ | ৩০ | ১৩।৩৪ |
| ১৫ | ২ | ২ | ১৬ | ১৩।২০ | ৩০ | ১৭ | ৩ | ১ | ১৩।৩৫ |
| | | | | | ৩১ | ১৮ | ৪ | ২ | ১৩।৩৬ |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিদ

Receipts for the Orunudoi.

| | |
|---|---|
| Rev. C Hesselmeyer, for 1853, | 2 Rs. |
| শ্রী বেঞ্জামিন নিমকুচিক্স, ১৮৫৩, | ১৲ |
| শ্রী নিধি লিবাই কাৰোএল, ৫২।৫৩ | ২৲ |
| শ্রী বিভু সৰ্মা পণ্ডিত, ১৮৫৪ | ১৲ |
| শ্রী চাহনুৰ ওজা, ১৮৫৪ | ১৲ |



THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই

বচৰ ।	মোং শিৱসাগৰ, মেই, ১৮৫৪ ।	নম্বৰ ৫ ।

VOL. IX.	SIBSAGOR: MAY, 1854.	NO. 5.

## নানা দেসৰ সম্বাদ ।

Journal of Events—One Anna Postage.

প্ৰথম জুন তাৰিখৰ পৰা হিন্দুস্থানৰ মাজত জিমান দুৰলৈ জাওক, তথাপি ডাকত নিয়া চিটিৰ মাচুল সদাই সমানে এক অনা এক অনা হব বুলি সুনিচোঁ। মহা বানিৰ নকচা এক অনাকৈ কিনি সকলো চিটিত লগাই দিব লাগে।

Work on Agriculture.

ক্রিসি দৰ্পন নামেৰে এটা কিতাপ কামৰূপ জিলাৰ কালেক্তৰ শ্ৰীজুত কাপ্তান বৌলট চাহাবৰ অনুমতিএৰে গুআহাটি নিবাসি শ্ৰীজুত মুনচি কেফায়ত উলা সদৰ মুনচেকে, অচমিয়া মানুহৰ উপকাৰৰ কাৰনে বঙ্গালি ভাসাৰে ১৮৫৩ ইংৰাজি সঁকত সাজি চাপা কৰিচে। তাত মাটি চাহ কৰা, কঠিয়া সোআ, আৰু গৰুৰ প্ৰতিপাল আদি সকলোৰে, আৰু সান, ঘেঁহু, জ ধান, মটৰ, কুঁহিয়াৰ, লাও আদি সকলো তৰ্কাৰি, কপাহ, পাট, সন, লা, কুহুম, ধঁপাত, তেল আদি সকলো সকলকে লগা আৰম্ভক দ্ৰুব্যৰ বিবৰন উত্তমকৈ লিখিচে। হে অচম দেসি লোকবিলাক, তোমোলাকে এলাহ এৰি এই কিতাপ চাই বিতিৰ দৰে খেতি কৰিলে, খেতিৰ দোআৰাই উত্তম ৰূপে প্ৰবৰ্ত্তি থাকিব পাৰিবা, আৰু অনেক ধনো পাবা।

Disease among Buffaloes.

এই বাৰ্ত্তা জোৰহাটৰ পৰা আহিচে, এতিয়া সেই কালে মহ, গৰুবোৰ মাউৰ লাগি মৰিচে। তাতে মাউৰত পৰা মহবিলাক প্ৰায়ে ৰৰবিয়াৰ নিচিনা, খৰেৰে বলিয়াৰ দৰে হৈ ৰৰচিয়া মহেই মানুহ খুঁচিচে, বনৰিয়াবোৰ আগতকৈও প্ৰবল হৈচে। জোৰহাটৰ হাজাৰি মৌজাৰ উত্তৰ সিমা জানধনা নদিত অনেক মানুহ গোট খাই পল বাই মাচ মাৰিবলৈ গল। তাতে সকলোএ মাচ মাৰি থকাতে বালিগাঁও মৌজাৰ ধৰম সৰ্মা বামুন, আৰু ঘিনাই নামেৰে এটা, এই দুয়ো আগ বাঢ়ি জোআত মাউৰত পৰা বনৰিয়া মহে দেখি নদিৰ গৰাৰ পৰা খেদি গৈ ধৰম বামুনক মুৰেৰে খুন্দা মৰাৰ দৰে মাৰি পচালে, সি পানিত পৰিল, আৰু তাৰ তত্ আচিল কাৰনে পানিত বুৰ মাৰি কিচুমান গৈ সি পাৰে ওলাল। মহে তাক নে দেখি খেদি গৈ ঘিনাইৰ নাইৰ পোনে পেটে দি সিঙ্গ সুমাই তিনিএ দি উলিয়াই সিঙ্গৰ আগতে তাক দাঙ্গি লৈ আচাৰি আচাৰি থকাত সি তেতিয়াই মৰিল। পল বোআ মানুহবোৰে দেখি হাই দি সকলো খেদি গলত তাক সিঙ্গৰ পৰা পেলাই মহটো হাবিলৈ গল। সকলো মানুহে গোট খাই মৰা ঘিনাইৰ স তাৰ ঘৰলৈ অনালে, আৰু জোৰহাট থানাতো জনালে। থানাৰ পৰা পুলিচ গৈ মৰাটিৰ স আৰু তাক মৰা ঠায়ো চালেগৈ।

Suspicion of Murder.

ৰঙ্গপুৰ বাৰ্ত্তাবহত লিখিচে, এই চত মাহত ভাটিৰ কুঙৰগঞ্জ থানাৰ ওচৰৰ এঠাইত এটা পচিমা বলি মানুহ কোনোবাই মাৰি, সেই থানাৰ ওচৰত পেলাই গল। এই কথা দাৰোগাই সুনি সেই ঠাইলৈ গৈ, মৰাটিৰ স আদি চাই বিচাৰ কৰাত সটৰ তিনিত হাতিৰ ৰয়েৰে

এটা বাজ পালে। আৰু তাৰ ওচৰত হাতিৰ খোজ দেখিলে। কোনে কি কাৰনে মাৰিলে, একো বুজিব নোৱাৰিলে; কিন্তু সেই স হাতি-হে আনি পেলোৱা জেন আন্দাজ কৰিলে। পাচে তাৰ কোনো গুচৰিয়া নোলোৱাত সৰ্কাৰ বাহাদুৰেই গুচৰিয়া হৈ সেই জিলাৰ প্ৰথম স্ৰেনিৰ শ্ৰীজুত মাধবচন্দ্ৰ বসু দাৰোগাৰ নামে তাৰ বিচাৰ কৰিবলৈ হুকুম দিচে।

এই চত মাহৰ ১১ তাৰিখে ৰাতি সেই জিলাৰ চেসান আদালতৰ সিৰস্তাদাৰ শ্ৰীজুত চণ্ডি প্ৰসাদ বাবুৰ ঘৰত জুই লাগি, ঘৰ আদি সকলো পুৰিলে আৰু সেই বাবুৰ বন্দি এটাই সুবৰ বেলি তাৰ তিৰোতাৰে সৈতে কিবা দন্দ কৰি ঘৰৰ দুৱাৰ বান্ধি বৈনিএকক বাহিৰ কৰি সি সুলে। তাতে জুই লাগিলত দুৱাৰ বন্ধা হেতুকে ওলাব নোৱাৰি সেই মানুহটো পোৰা হৈ মৰিল।

Suppression of Mopla Murders

মালাবাৰ প্ৰদেসত মপ্পা নামে এক জাত ডকাইত মানুহ আচে। সিহঁতে কথা বান্ধি গুপুতে আলচ ৰাখি, ই জনে সি জনৰ অপৰাধ নুলিয়াই। সিহঁত মচলমান হোৱাৰ কাৰনে আপোনাৰ জাতিৰ বধ ন কৰি ধৰম পাবৰ নিমিত্তে ধৰমত হিন্দুবিলাকক বধ কৰে। আৰু এনে ডকাইতৰ কৰম কৰোঁতে জদি মৰে, তেন্তে অৱস্যে স্বৰগলৈ জাব বুলি জানে, সেই নিমিত্তে মৰিবলৈ প্ৰাই ভই ন কৰে। এতিয়া সেই দুষ্ট কৰম নিবাৰন কৰিবলৈ গবৰ্নমেন্তে সিহঁতৰ অৰ্থে কঠিন আগ্যা কৰিচে, আৰু জি গাঁৱত এনে মানুহ থাকে, সেই গাঁৱৰ মানুহবিলাকে জদি তাক বাধা কৰি নে ৰাখে, তেন্তে গাঁৱৰবিলাকৰো জৰিমনা কৰিব।

Cholera in Maisur.

মৈচুৰ প্ৰদেসৰ হুনচুৰ নগৰত ১২ দিনৰ ভিতৰত ৩৭৫ মানুহ মাউৰৰ দোৱাৰাই মৰিল।

কুৰনাল নগৰৰ পৰা চিপাহিৰ এক পল্টন কলিকতালৈ জাওঁতে মাউৰ লাগিলত কাপ্তান জবান চাহাবে ৰখবোৰকে আদি কৰি সকলো বস্তু পুখুৰিত ধুৱাবলৈ দিলে, আৰু সকলো কাপৰৰ ঘৰ তাঁতৰ আঁতৰ কৰি পাৰিব দিলে; পাচে মাউৰ ক্ৰম হৈ গুচিবলৈ ধৰিলে।

Visit of Dulip Singh to England.

পঞ্জাব দেসৰ মহা ৰজা ৰঞ্জিত সিঙ্গৰ পুত্ৰ ৰজা দলিপ সিংহ ইংলণ্ডৰ সকলো বিদ্যা ঘৰ আদি দেখিবলৈ ১৯ মাৰ্চত কলিকতাৰ পৰা গল। সেই ৰজাই আগৰ ধৰম এৰি খ্ৰিষ্টিয়ান ধৰম ললে।

The European War.

এতিয়া ইউৰপত জি ৰন হৈচে, তাতে ৰুচিয়াই সৈতে তুৰ্কি, ইংলণ্ড, ফ্ৰান্স, এই তিনি ৰাজ্যে জুধ কৰিব। অষ্ট্ৰিয়া আৰু প্ৰুচিয়া কাৰো ফলিয়া ন হই, এনেই থাকিব বুলি মানুহবিলাকে কই।

Great Exhibition of 1855, in Paris.

১৮৫৫ সঁকত পাৰি নগৰত মহা দৰ্সন কৰিবৰ নিমিত্তে সকলো দেসৰ পৰা বস্তু পঠাই দিচে। ইংলণ্ডলৈ জি ৰূপে আগেয়ে পঠালে, সেই ৰূপে এতিয়া ফ্ৰান্সলৈ হিন্দুস্থানৰ পৰাও সকলো বিধ দ্ৰব্য পঠাব।

Worship of a Missionary's Tomb.

১৮৩৩ সঁকত পাদুৰি তদ আৰু মেম চাহাবে আমেৰিকা দেস এৰি তামিল লোকক ধৰম সিকাবলৈ হিন্দুস্থান দেসলৈ আহি দেৰিপাতাম নগৰত নিবাস কৰিলে। পাচে ১৮৩৫ সঁকত মেম চাহাব মৰিল, আৰু তাতে তেঁওৰ মৈদাম কৰি ৰাখিলে। তাৰ পাচে পাদুৰি চাহাবে সেই ঠাই এৰিলে। এতিয়া কোনো চাহাবে সেই ঠাইলৈ গৈ বায়ত লোকক তাত সেৱা পুজা কৰি থকা দেখিলে। সেই মৈদামত তালেমান বস্তু উচৰগ কৰা আচিল, আৰু তাৰ আগত চাকিবোৰো জলি আচিল। কি কাৰনে এই দৰে কৰিচা, চাহাবে সোধাত সিহঁতে বুলিলে, সেই জনি মেম বৰ ধৰমি, এই নিমিত্তে তেঁওক সেৱা পুজা কৰিচোঁ, আৰু তেঁওৰ দোৱাৰাই অনেক মানুহৰ ৰোগ বৰ আচৰিত ৰূপেৰে গুচিচে, এনে তালেমান প্ৰমান ওলাইচে। হাই হাই, জি লোকে দেৱতাৰ পুজা বাধা কৰিবলৈ আহিল, অগিয়ানিবিলাকে সেই লোকক দেৱতা বুলি পুজা কৰিচে।

## সিৱ সিংহ আৰু ৰৰ ৰজাৰ মোহৰ।

Coins of Sib Singh, and Queen Phuleswori.



Rupee of Sib Singh, coined A. D. 1715.

শ্রী শ্রীমত স্বর্গদেৱ সিৱ সিংহ নৃপস্য শাকে ১৬৩৭। শ্রী শ্রী হৰ গৌৰী পদাম্বুজ মধুকৰস্য।



Quarter Rupee of Sib Singh, coined A. D. 1721.

এই সিকিৰ ওপৰত লিখিছে, শ্রী শ্রী সিৱ সিংহ নৃপস্য। শাকে ১৬৪৩।



Coin of Queen Phuleswori, A. D. 1724.

শ্রী শ্রী সিৱ সিংহ নৃপ মহিষী শ্রী ফুলেশ্বৰী দেব্যাঃ শাকে ১৬৪৬। শ্রী শ্রী হৰ গৌৰী পদ পৰায়নায়াঃ।



Coin of Phuleswori, or Promotheswori, A. D. 1726.

শ্রী শ্রী সিৱ সিংহ নৃপ মহিষী শ্রী ফুলেশ্বৰী দেব্যাঃ। শ্রী শ্রী হৰ গৌৰী পদ পৰায়নায়াঃ শাকে ১৬৪৮।



Coin of Promotheswori, struck A. D. 1726.

শ্রী শ্রী সিৱসিংহ নৃপমহিষী শ্রী প্রমথেশ্বৰী দেব্যাঃ। শ্রী শ্রী হৰ গৌৰী পদ পৰায়নায়াঃ শাকে ১৬৪৮।

এই ৰূপত ফুলেশ্বৰিৰ নাম নথাই প্রমথেশ্বৰি নাম লিখিছে। পাৰচি আখৰেৰে লিখা ৰূপত প্রমথিশ্বৰি নাম পোৱা জাই।



Coin of Promotheswori, struck at Rongpur, A. D. 1727.

সিৱ সিংহ স্যা টিকা জদ চো মহৰ হুম বেগম প্রমথিচৰি স্যা, অর্থাত সিৱ সিংহ বাদস্যা, এই টিকা প্রমথেশ্বৰি ৰানি মোৰ মোহৰ।

মালুচ মইমনত জলুচ চনে ১৪। জৰ্বে ৰঙ্গপুৰ ১৬৪৯। অর্থাত সুভাগ্য ৰাজ ভোগৰ ১৪ বচৰ, ১৬৪৯ শঁকত ৰঙ্গপুৰত মৰা ৰূপ



Coin of Promotheswori, struck at Gorgaon, A. D. 1729.

সিৱ সিংহ স্যা টিকা জদ চো মহৰ হুম বেগম প্রমথিচৰি স্যা। মইমনত মালুচ জলুচ ১৫ চনে, জৰ্বে গৰগাঁও, ১৬৫১।



Rupee of Sib Singh, coined (1732) after Phuleswori's death.

শ্রী শ্রীমত স্বর্গদেৱ সিৱ সিংহ নৃপস্য শাকে ১৬৫৪। ১৮। শ্রী শ্রী হৰ গৌৰী পদাম্বুজ মধু কৰস্য। ফুলেশ্বৰি মহা ৰানি মৃত্যু হলত ৰজাই আপোন নামেৰে এই মোহৰ মাৰিলে ভোগৰ বচৰ ১৮, শঁক ১৬৫৪। ।

## সুবুধি

Good Advice.

জি কোনোএ আপোনাৰ সুখ বিচাৰে, সি অলপ সুখ পাই, আৰু তাকেই নিচ বোলে ।

লুকাই কুকৰম কৰি লোকৰ কেট কেটনিৰ পৰা পলাব পাৰি, কিন্তু আপোনাৰ মনৰ দুখ একেবাৰে নোজাবি ।

গিয়ানি সকলৰ মনত দুখ নাই, জদি হই তাক ধৌৰ্জ্যেৰে বাধে ।

কিট পতঙ্গক দুখ দি ওমলা ভাল ন হই, তাক দুখ দিয়াত পাপহে হই ।

অধৰম কৰমে সুখ বিনাসে, কিন্তু ভাল কৰমৰ সুখ সদাই থাকে ।

পাপি লোকে অধৰমলৈ ভই ন কৰে, আৰু ইশ্বৰৰ বাটো নে দেখে ।

অলপ দুখ সহা আমাৰ উচিত, কিয়নো তাতকৈ বৰ দুখ হলেও সহিব পাৰিম ।

মাক বাপেকক সুশ্রুসা কৰা আৰু সিইঁতৰ আগ্যা সহা ভাল লৰাৰ চিন ।

সিখ্যক আৰু বুঢ়া লোকক আদৰ কৰা সাধু মানুহৰ চিন ।

ওচৰ চুবুৰিয়াৰ লগত জিহত বিৰোধ ন হই, তাক কৰা উচিত ।

ওচৰ চুবুৰিয়াক আপোনাৰ মিচিনাকৈ মৰম কৰা ।

অনুমতি নে পালে লোকৰ পিন বেজি এটাও ন লবা, কিয়নো তেনে কৰিলে তাহৰ ন হুও চুৰ কৰিবা ।

বেয়া বতাও এৰা ।

কাম কৰিবলৈ ধৰিলে তাক এঁটাৰা, জদি তাক এঁটাব নোজাৰা, তেনে হলে কাম কৰিবলৈ ন ধৰাই ভাল ।

ভূত কালত কোনো কৰম ন হই, আৰু ভবিস্যত কালো আমাৰ ন হই; এই হেতুকে বৰ্ত্তমান কালতে মন দি বিদ্যা সিকি আৰু ইশ্বৰক ধন্যবাদ কৰা । টেঙা কথা কোৱা, লোকক হিংসা কৰা, মন্দুৰা মানুহত কাবো প্রেম নে থাকে ।

লোকৰ গুপুত কথা, আৰু পত্র আদি জানিবলৈ কাৰ্বাৰ ন কৰিবা ।

লোকৰ দোস দেখি জেনেকৈ নিন্দা কৰা, আপোনাৰ দোসকো সেই ৰুপ কৰা উচিত ।

আপোনাৰ দোস প্রকাস কৰি, লোকৰো দোস ঢাকি ন থবা । ভ. ম. ৰ

## দুস্টৰ লগত সঙ্গ লোআ ।

Dangers of bad Company.

এক দুস্ট জন জদি সাধু সঙ্গে থাকে,
সকলোকে নস্ট কৰে সেহি দুস্ট লোকে ।
থহুআ লোকক সঙ্গ দিলে অনুগত,
সকলবো থহু হই, সিও এহি মতে ।
গাখি পৰা দুগ্ধ জেন সব নস্ট হই,
এক দুস্টে সেহি মতে সমুহ গুচাই ।
বহুত আলুৰ মাজে এক পচা থাকে,
সকলোটি গেলি জাই জেন তাৰ দোসে ।
ধোবা ধোআ কাপৰত জেন চাই লাগে,
ক্রমে ক্রমে কলা হই তাৰ সব ভাগে ।
সৰিলৰ মাজে জেন সাপে একাক্ষত
থালে মানে বিস ধৰে সব সৰিৰত ।
ইয়াকো জানিবা সৰ্ব লোকে সেহি মত,
কদাপি দুস্টক সঙ্গ নি দিবা সতত ।
কিন্তু জাৰ থাকে নিষ্টা সত্য ধৰ্মি মন,
দুস্ট সঙ্গে থাকিলেও হোৰে সঙ্গ গুন ।



The Golden Plover.

ইংলণ্ডত থকা সুবৰ্নমই প্লবৰ নামে এক চৰাইৰ নকচা । তাৰ বৰন কলা আৰু হালধিয়া মিহলি, দেখিবলৈ বৰ সুন্দৰ ।



## মহা তিমুৰ বেগৰ আখ্যান ।

**Account of Timur Beg, or Tamerlane.**

১২৪১ সঁকত মগলবিলাকে জঙ্গিচ খাঁৰ এজন পুত্ৰৰ দোআৰাই প্ৰথমে ভাৰত বৰিসক আক্ৰমন কৰিলে, আৰু সেই কালৰে পৰা ১৩৯৮ সঁকত তিমুৰ বেগে আক্ৰমন কৰা কাললৈকে সিবিলাকে মাজে মাজে আক্ৰমন কৰিচিল । কিন্তু অধিক বাৰ আপুনিও পৰাস্ত হৈচিল: তথাপি আপোন দেসৰ নিচিনা ভাৰত বৰ্স জি অতি মনোহৰ দেস, তাক পাবলৈ বৰ ইচা কৰিলে ।

তিমুৰ বেগ চেবজৰ নামে এখান গাঁৰত জনমিচিল । চমৰখণ্ড নগৰৰ পৰা সেই গাঁও ২০ ক্ৰোচৰ আঁতৰত আচিল । সেই ঠাইতে অৰ্থাত বোখাৰা নগৰতে তেঁওৰ পিত্ৰিবিলাকৰো ঠাই আচিল । তাতে তেঁও দহ হেজাৰ ঘোঁৰা যে নাৰ ওপৰত সেনাপতি বাৰ পাই আচিল তাতে আপোন দেসি তাতাৰবিলাকৰ লগত অতি সাহিয়াল ৰূপে কৰম চলোআত তেঁও ৩৪ বচৰ বয়সত বোখাৰা আৰু কাবোল দেসৰ ৰজা হল । তেঁও উত্তৰ তাতাৰৰ পৰা সমুদাই পাৰ্চি দেস জই কৰিলে । আৰু জেতিয়া ভাৰত বৰ্স লবৰ নিমিত্তে তেঁও ইচা কৰিলে, তেতিয়া মহমদৰ দৰে সকলো মেজুআইবিলাকক গোট খুআই এই ৰূপে সিবিলাকৰ আগত কথা কলে; "মোৰ প্ৰিয় বন্ধু সকল, জেনেকৈ ইৰান আৰু তৌৰান আৰু প্ৰাই সকলো আচিয়া দেস আমাৰ বসিভুত হোৱা দেখিচো, তেনেকৈ ভাৰত বৰিসো আমাৰ বসিভুত হব হই, এই নিমিত্তে তাৰ দুআৰ আমালৈ মুকলি

হোআ দেখিচোঁ, আৰু আমি এই সুভাগ্য কালত তাৰ লবলৈ আমাক সু দসাই মাত্তি আচে । সকলো জগতৰ মাজত মোৰ নাম ভয়ানক ৰূপে চলতি হৈ গৈচে, আৰু মই জদি অলপ গা লৰাঁও, তেন্তে প্ৰিথিবি থৰ কঁপিবলৈ ধৰিব । এই কাৰনে ভাৰত ৰৰিসক আক্ৰমন কৰা কাল এতিয়া হৈচে, আৰু জেতিয়া দেশ লোআ হব, তেতিয়া মোত বাজে কাকো ৰজা বুলি ন কব । মোৰ প্ৰিয় বন্ধু গন, তোমোলাকে কি ভাবা, এই মহা কৰ্ম্ম জই কৰিবলৈ মোৰ লগৰ সাহিয়াল লগৰিয়া কোন হবা? তোমোলাকৰ সকলোএ এই কথাৰ বিসেস বিসেস কাৰন কোআ ।”

১৩৯৮ সঁকৰ মাৰ্চ মাহত তিমুৰে আপোনাৰ সৈন্যে সৈতে সমৰখণ্ডৰ পৰা জাত্ৰা কৰি জি পৰ্বতে কাবোল আৰু বোখাৰাৰ পৰা ভাৰতবৰ্সক বেলেগ কৰিলে, সেই হিন্দু কোচ সোনকালে পালেগৈ । আৰু সেই পৰ্বতবোৰ পাৰ হৈ জাবৰ নিমিত্তে তিমুৰে অতি কঠিন পালে । কিয়নো পৰ্বতৰ মাজে দি কোনো বাট নাসচল, কিন্তু সমুদাই পৰ্বতক হিমেৰে ঢকা হৈ আচিল । সেই কাৰনে কেতবিলাক আমিৰ আৰু সেনাই লেজুৰে পৰ্বতৰ পৰা নামি গল, আৰু কেতবোৰ হিমত পৰি পৰ্বতৰ তললৈ পিচলা খাই বাগৰি গল । কিন্তু সিবিলাকৰ ৰজা তিমুৰক পৰ্বত পাৰ কৰিবৰ নিমিত্তে সিবিলাকে তেঁওলৈ এক বিধ পাচি সাজি তাত ১৫০ হাত ডিঘল লেজু মেৰাই তাতে তিমুৰক বহুআলে । পাচে অনেক মানুহে তেঁওক লাহেকৈ তললৈ নমাই দিলে । এই ৰূপে পঞ্চম বাৰলৈকে ওপৰৰ পৰা তললৈ ক্ৰমেৰে নমাই নমাই সেসত পৰ্বতৰ তলি পোআলে । তাতে তিমুৰে এতাল লাগুতিত ভৰ দি জিৰালে, আৰু সেই ৰূপে বহু বাট ক্ৰৰিএৰে খোজ কাঢ়ি গল ।

এই ৰূপে পৰ্বত পাৰ হৈ জাঁওতে তাত থকা আদি বাসি লোকে তিমুৰে সৈতে যুধ ধৰিলে । সেসত দুয়ো কালৰ কেতবোৰ মৰা হলত তিমুৰে সিহঁতক জই কৰিলে । তাতে তেঁও বৰ সংত্ৰাস পালে, কিয়নো সেই লোকৰ প্ৰিথিবিৰ কোনো ৰজাই জই কৰা নাই, আৰু মহা চিকন্দৰ বাদসায়েো সিহঁতক জিনিব নোআৰিলে ।

পাচে সিন্ধু নদি পাই নাৱেৰেই সাঁকো বান্ধি পাৰ হৈ জিলম আদি চেনাব দেসৰ তলম্বা ঠাই পালেগৈ । আৰু সেই ঠাইৰ পৰা তেঁও বহু সৈন্যক পঠাই মুলতানত বন্ধন হৈ থকা তেঁওৰ নাতিএক জেহাংগিৰক মুকলি কৰালে । তাৰ পৰা তেঁও দিলিলৈ জাত্ৰা কৰি জাঁওতে ঠায়ে ঠায়ে লুট কৰি কৰি দিলিৰ ওচৰ পোআত তেঁও ৰনত বন্দিয়াৰকৈ নিয়া লৰা চোআলি মতা মাইকি এক লাখ মানুহ আচিল । কোনো কথাৰ নিমিত্তে একে ঘণ্টাৰ ভিতৰত সিহঁতৰ সকলোৰে প্ৰান মাৰিলে ।

১৩৯৯ সঁকৰ ৩ জানুআৰিত মহমদ আৰু একবালে ৪০,০০০ হেজাৰ পদাতি, ১০,০০০ হেজাৰ ঘোঁৰা চিপাহি আৰু ১২০ বনুআ হাঁতি লৈ তিমুৰৰ অহিতে যুধ ধৰিবলৈ দিলি নগৰৰ পৰা ওলাই আহিল । সেই হাঁতিবোৰৰ গাৰ চাৰিও কালে লোৰ অস্ত্ৰেৰে আব্ৰিত, আৰু সিহঁতৰ দুয়ো দাঁতৰ মাজত বিস জুক্ত বান আচিল, আৰু তাত বাজেও আন অস্ত্ৰেৰে হাঁতিবোৰ ভুসিত কৰা হৈচিল ।

ইয়াকে তিমুৰে দেখি সৈন্যৰ আগত এক সাৰি মহ বান্ধি সিহঁতৰ সিঙ্গ আৰু ভৰিতো কাঠৰ ডাল বান্ধি হাঁতি পলাবৰ নিমিত্তে তাত জুই লগাই দিবলৈ আগ্যা কৰিলে ।

যুধৰ আৰম্ভন হোআৰ আগেয়ে তিমুৰে ভুমিত পৰি তেঁওৰ জই হবৰ কাৰনে ইশ্বৰলৈ প্ৰাৰ্থনা কৰিলে । তাৰ পাচত সৈন্যৰ মাজত ভেঁৰি বাদ্য আদি কৰি সকলো যুধৰ বাদ্যে সহিতে দুয়ো দলৰ সৈন্যে যুধ ধৰিলে । মগলবিলাকৰ জই অতি বেগতে প্ৰকাস হল । হিন্দুবিলাকৰ হাঁতিৰ আগত জুই নি দিয়াকৈএ পলাবলৈ ধৰিলে, আৰু কেতবোৰৰ শুঁৰ কাটিলত পথাৰত বাগৰি পৰিল । আৰু জি পৰা ক্ৰমি হিন্দুবোৰে আপোনাকে সদাই বধ্য কৰি জুৰে, সেইবোৰ মাৰিবলৈ নিয়া মেৰৰ নিচিনা হৈ আপোনাক বধ্য কৰিব নোআৰা হল । চুলতান আৰু একবালে নগৰৰ ভিতৰত সোমাল,

আৰু তাৰ পৰা বাতি হাবিলৈ পলাই গল । তিমুৰৰ পুত্ৰ মিৰ্জা কালিল চুলতান তেতিয়া কেৱল পোন্ধ্ৰেৰ বচৰ বয়সিয়া হৈ তেঁওৰ বাপেকৰ তাম্বু ঘৰলৈ হিন্দুবিলাকৰ এটা বন্দুআ হাতিত থকা সেনাবোৰক মাৰি সেই হাতিটো আপুনি বশ কৰাই আনিলে । ইশ্বৰে তিমুৰক এনে সাহিয়াল সন্তান দিলে দেখি তেঁও আনন্দেৰে ক্ৰন্দন কৰি ইশ্বৰক স্তুতি কৰিলে । দিলি নগৰ নিবাসি লোকবিলাকে সেই মহা আপদৰ পৰা ৰখ্যা পাবৰ নিমিত্তে বহু ধন দিবলৈ নিৰ্বন্ধ কৰিলে । কিন্তু নগৰৰ সকলো হিন্দু আৰু সিবিলাকৰ লৰা চোআলি আদি সকলোকে নষ্ট কৰা হল; আৰু মানুহক বধ কৰা তেজেৰে ৰাজ বাট বৈ গল । ৰাজ ধানি আৰু দেৱতাৰ মন্দিৰ জুইৰে পুৰি ভষ্ম কৰিলে । আৰু জঁগাৰ ভেঁটিৰ ওচৰতে বামুন আদি পোৰোহিতবিলাকক বধ কৰিলে । এই ৰূপে সেই মহা সোনিতময় কৰমৰ সমাপত হল ।

দিলিৰ পৰা তিমুৰে ওপৰ গঙ্গালৈ জাত্ৰা কৰিলে, কিন্তু তেঁওৰ ঘৰৰ পৰা কোনো বাত্ৰা আহিলত তেঁও বেগতে আপোন ৰাজ্যলৈ উভতি হিমালই পৰ্বতৰ মাজে দি জাত্ৰা কৰিলে । তেঁও হিন্দুস্থানলৈ প্ৰথমে জাত্ৰা কৰাৰ দিনৰে পৰা পাঁচ মাহৰ মুৰত আকও সিন্ধু নদি পাৰ হল । ন. ল. ফ.

## জাত্ৰিকৰ জাত্ৰা, ৭ আধ্যা ।

The Pilgrim's Progress, Chapter 7.

এই ৰূপে ক্ৰমে ক্ৰমে পৰ্বতৰ আদ ধন বাটলৈ উঠি গৈ মই উভতি পাচলৈ চাই একন মানুহ বায়ুৰ দৰে বেগাই মোৰ পাচে পাচে অহা দেখিলোঁ; জি ঠাইত খোপ ঘৰটো আচে, তাৰ ওচৰতে তেঁও মোৰ লগ ধৰিলেহি ।

খ্ৰিষ্টিয়ান । হই, মযো সেই ঠাইতে জিৰাবলৈ বহিছিলোঁ, কিন্তু অকস্মাতে টোপনিএ ধৰাত মোৰ এই চালৰ মুৰা বুকৰ পৰা হেৰুআইচিলোঁ ।

বিশ্বাসি । প্ৰিয় ভাই, আগেয়ে মোৰ কথা শুনি এটোআ, পাচে তোমাৰ কথা কৰা । সেই মানুহে মোৰ ওচৰ পাই বাকো জোৰে একে বেলিএই মাৰি মৰাৰ দৰে পেলালে । পাচে একেৰি চেতন পাই মই তাক সুধিলোঁ, তুমি এই ৰূপে কিয় মোক মাৰিলা? তাতে তেঁও কলে, তুমি গুপুতে প্ৰথম আদমলৈ মন কৰা, তাৰ কাৰনে মাৰোঁ, এই বুলি আকও মৰম তুল্য বুকুত কোব দি পাচ কাললৈ আচাৰ খুআই পেলোআত আগৰ দৰে মৰাৰ নিচিনা হলোঁ । অনপৰ পাচে কিচু ভত পাই মই চিয়ঁৰি কাকুতি কৰি তেঁওত খেমা মাগিলোঁ । তাতে মই খেমা কৰিব নে জানোঁ, ইয়াকে কৈ তেঁও আকও কোব মাৰি পেলাই দিলে । তাতে আৰু একন আহি তেঁওক বাধা ন কৰা হলে তেতিয়া নিচয়ে মোৰ অন্ত কৰিলেহেঁতেন ,

খ্ৰিষ্টিয়ান । জি জনে সেই মানুহক নিবাৰন কৰিলে, তেঁও নো কোন?

বিশ্বাসি । প্ৰথমে মই তেঁওক নি চিনিলোঁ কিন্তু পাচে মোৰ ওচৰে দি চলি জোআত তেঁওৰ হাতত কোসতো বিন্ধা দেখি আমাৰ প্ৰভু বুলি বুজিলোঁ । পাচে ক্ৰমেৰে পৰ্বতৰ ওপৰলৈ গলোঁ ।

খ্ৰিষ্টিয়ান । জি মানুহে তোমাৰ পাচে পাচে আহি লগ ধৰিচিল, সেই জন মোচা; তেঁও কাৰো মুখলৈ নে চাই, আৰু জি জিবোৰে তেঁওৰ আগ্যা উলংঘন কৰে, সিইতক খেমা কৰিবও নে জানে ।

বিশ্বাসি । হই, মই তাক ভালকৈ জানিচোঁ, কিয়নো তেঁও মোৰ লগ পোআৰ সেই প্ৰথম বেলি ন হই; মই ঘৰত নি চিন্ত ৰূপে থাকোঁতে তেঁওহে মোৰ ওচৰলৈ আহি কলে, তুমি জদি এই ঠাইত থাকা, তেন্তে তোমাৰ মুৰৰ ওপৰতে ঘৰ জলাই দিম ।

খ্ৰিষ্টিয়ান । জি পৰ্বতৰ একাষে মোচাই তোমাৰ লগ পাইচিল, তাত থকা ঘৰ তুমি দেখা নাই নে?

বিশ্বাসি । হই, তাক দেখিলোঁ, তাৰ আগতে সিংহকো দেখিলোঁ; কিন্তু সিংহ হুলে শুই থাকিব পাই, মোৰ মনে এনে ধৰিচে, কেতিয়া দুপৰ মান বেলা আচিল । দিনৰ ইমান

থকা হেতুকে দুখৰিৰ ওচৰে দি আহি ক্রমে ক্রমে পৰ্বতৰ পৰা নামিলোঁ।

খ্রিষ্টিয়ান। দুখৰিএ মোত কলে, বিশ্বাসি নামে এজনক এই পোনে জোআ দেখিলোঁ; কিন্তু দেখা ভাই, তুমি সেই ঘৰলৈ জোআ হলে মোৰ বৰ সন্তোস হলহেঁতেন; কিয়নো সেই গিৰিহঁতে তুমি মৰনলৈ জি জি নে পা-হৰিলাহেঁতেন, এনে আচৰিত সকলো দেখালে-হেঁতেন। কিন্তু মোত কোআচোন, নম্র নামে-ৰে থালত তুমি কাকো লগ নে পালা নে?

বিশ্বাসি। হই ভাই, অসন্তুসিয়া নামেৰে এটা মানুহক লগ পালোঁ; তাৰ ভুলুআ কথাত মই কান দিয়া হলে সি আপোনাৰ লগত মোক ওতোতাই লৈ গলহেঁতেন। সি এনে কা-ৰন দেখুআলে, এই থাল সকলো ভাৱে মর্জতা হিন হৈছে। তাত বাজে সি কলে, তুমি জদি এই থালৰ মাজে দি গৈ, আপোনাকে বলিয়াৰ নিচিনা কৰা, তেন্তে অহঙ্কাৰি, গৰ্ব্বি, পণ্ডিত মানি, আৰু সংসাৰিক ঐশ্বৰ্জ্জৱন্তুকে আদি কৰি তোমাৰ জি কুটুম সকল আছে, সিবিলাকৰ কথা ন মনাত সকলোএ বৰ অসন্তুষ্ট হব, ইয়াক মই নিচয়ে জানোঁ।

খ্রিষ্টিয়ান। তুমি তাক কি উত্তৰ কৰিলা?

বিশ্বাসি। মই উত্তৰ কৰিলোঁ, তুমি জাৰ জাৰ নাম কৈচা, সিবিলাক সকল জে মোৰ গিয়াতি ইয়াক কব পাৰে; কিয়নো সৰিলৰ সমন্ধেৰে সিবিলাক মোৰ গিয়াতি আছিল হই, কিন্তু এতিয়া মই আত্মিক হোআত সিবিলাকক জি ৰূপে এৰিলোঁ, সিবিলাকেও সেই ৰূপে মোক অগ্রাহ্য কৰিলে। এই হেতুকে সিবি-লাক কেতিয়াও মোৰ বংস নো হোআ হলে জেনে হলহেঁতেন, তেনেকৈ এতিয়া মোলৈ একো ন হই। আৰু মই তাক কলোঁ, তুমি এই থা-লৰ কথা জি কৈচা, সেই মতে কেতিয়াও ন হই; কিয়নো মর্জতাৰ আগেয়ে নম্র তাও, আৰু পৰাৰ আগেয়ে অহঙ্কাৰ। এই হেতুকে তোমাৰ বিবেচনাত জি জি অতি ইচাৰ জোগ্য, সেই সকলোকে এৰি, গিয়ানৱন্তে জিহকে মর্জ-তা মানে, তাক পাবৰ নিমিত্তে এই থালৰ মাজে দি জাবলৈ ইচা কৰোঁ। ।

## এজনি ধৰমি তিৰি আৰু অধৰমি পুৰুসৰ কথা।

**The unbelieving Husband.**

“হে তিৰি, তুমি আপোনাৰ স্বামিৰ পৰিত্রান কৰাব নোআৰিবা, ইয়াক কেনেকৈ জানা?”

ইংলণ্ড দেসৰ এজনি তিৰোতাই ঈশ্বৰৰ অনুগ্রহৰ দোআৰাই ধৰমলৈ মন পালটাই উত্তম খ্রিষ্টিয়ানি হৈছিল, কিন্তু তেঁওৰ স্বামি সংসাৰিক সুখ আৰু পাপ কৰমত অতিসই মত্তলিয়া হৈ আছিল। সেই মানুহে এক ৰাতিত আন আন দুষ্ট লোকে সৈতে কোনো এক ঠাইত মদ পান কৰিবলৈ বহি, প্রতি জনে আপোন আপোন তিৰোতাৰ দোস গুনৰ কথা কোআ কুই কৰিব ধৰিলে; সেই কালত এই মানুহেও আপোনাৰ তিৰোতাৰ প্রসংসা কৰি কলে, মোৰ তিৰোতা সকলো ভাৱে অতি উত্তম, কেৱল তাইৰ এই এটি দোস আছে, তাই ধৰমলৈ বৰ প্রিতি কৰে, তাত বাহিৰে একো দোস জগৰ তাইৰ নে পালোঁ। আৰু মই জদি তোমোলাকক ইমান ৰাতিও মোৰ ঘৰলৈ নি, তোমোলাকে খাবৰ নিমিত্তে বস্তু জুগুত কৰিবলৈ তাইক সজাৰ পৰা জগাই আগ্যা কৰোঁ, তেতিয়া তাই মোৰ আগ্যাত বেজাৰ নে পাই, কেৱল সন্তোস মনেৰে তাক নিচয়ে পা-লন কৰিব।

তাৰ সঙ্গিবোৰে এনে কথা সুনি কেৱল উপ-হাস কৰিলে, এই নিমিত্তে সিহঁতে বুলিলে, ইয়াৰ পৰিখা বুজিবৰ কাৰনে তুমি আমাক তোমাৰ ঘৰলৈ নিবৰো সাহ ন হব। তাতে সি সিহঁ-তক আপোনাৰ ঘৰলৈ নিবৰ কাৰনে সন্মত হলত সিহঁতে ইটো সিটো কিছু ধৰৰ কথা বাকি, দুপৰ ৰাতিএই তাৰ ঘৰলৈ গল। পাচে এজ-নি বেটি চোআলিএ গৰাকি অহালৈ বাট চাই বহি থকা পাই, সেই ঘৰৰ গৰাকিএ তাইত সুধিলে, তোৰ গিৰিহঁতনি কত আছে? বেটিএ কলে, দেওতা, তেঁও সুই আছে। তাতে সি কলে তই গৈ কগৈ, হেনে অধিকাৰ আছিল, আৰু তেঁওৰ লগত অনেক মানুহক ভোজন কৰাবৰ, নিমিত্তে মাতি আনিছে; এই নিমিত্তে

উঠি ভাত ৰান্ধিবলৈ তেঁও তোমাক মাতিচে । তাৰ পাচে বেটিএ গৈ গৰাকিৰ কথা কলতে সেই উতম তিৰোতাই সেই কথাত বেজাৰ ন হৈ, বেগতে কাপৰ পিন্ধি ওলাই আহি, অতি সমাদৰ ভাৱে সিইঁতৰ আল পৈচান ধৰিলে ।

পাচে খোআ বস্ত্ৰ জুগুত কৰা হলত তেঁও জেনেকৈ আপোন ইচা মনেৰে আপোনাৰ পৰিয়ালৰ সুস্ৰুসা কৰে, তেনেকৈ ৰাতিও সিইঁতৰ সুস্ৰুসা কৰিলে । তাতে সেই আলহিবোৰে অতি আচৰিত মানি সেই সাধু তিৰিক বুলিলে, আমাৰৈ তোমাৰ এনে কোমল বেৱহাৰ দেখি আমি বিস্মই মানিচোঁ, তুমি আমাৰ এই দুষ্ট কৰমত বিৰকতি নহৈ জে এনে সজ বেৱহাৰ কৰিচা, ইয়াৰ কাৰন কি ? অনুগ্ৰহ কৰি বোলা । তাতে তিৰিএ এই উত্তৰ কৰি বুলিলে, জি কালত আমাৰ বিয়া হৈচিল, সেই কালত আমি দুয়ো জনে ইশ্বৰৰ কথাত অগিয়ানি হোআত, তেঁওৰ সেৱা অৰ্চা ন কৰি, মিচাতে কাল খেদাইচিলোঁ । এতিয়া ইশ্বৰৰ অনুগ্ৰহৰ দোআৰাই ধৰমলৈ মোৰ মন পালটাই সেই দুৰ্গতিৰ পৰা মোৰ প্ৰান ৰখ্যা কৰিচে । কিন্তু মোৰ স্বামি এতিয়াও সেই দুৰ অৱস্থাতে আচে ; এই হেতুকে তেঁওৰ পৰকালৰ গতি কি হব, ইয়াকে ভাবি বৰ দুখেৰে থাকিচোঁ, কিয়নো তেঁও এতিয়া জি পথত আচে, সেই পথত চলোঁতেই মৰিলে, তেঁওৰ অনন্ত দণ্ড হব, ইয়াকে মই নিচয়ে জানোঁ । এই হেতুকে মোৰ সক্তি থাকে মানে ইহলোকতে তেঁওক ধৰমলৈ টানি অনা মোৰ অতি উচিত কৰম, এই নিমিত্তে তেঁওৰ আগ্যা মানি তোমোলাকৰ সুস্ৰুসা কৰিচোঁ । এই সকল উতম কথা সুনি সিবিলাকে অতি বিস্মই মানিলে ।

বিসেসকৈ তেঁওৰ স্বামিএ অতিসই মনৰ উত্তাৰল হৈ বুলিব ধৰিলে, হে প্ৰিয়া, পৰকালত মই জে অৱশ্যে অনন্ত কাল ইশ্বৰৰ দণ্ড ভুঞ্জিম, ইয়াক তুমি নিচয়ে বুজিচা নে? জদি এই কথা স্বৰূপ হই, তেন্তে মই আজিৰে পৰা তোমাৰ এই কথাৰ দোআৰাই সকলো কুকৰম তিয়াগ কৰি, জিহঁতে মোৰ সুমতি হব, এনে অনুগ্ৰহ পাবলৈ পৰম ইশ্বৰৰ আগত প্ৰাৰ্থনা কৰিম, আৰু তেঁৱো মোক ক্ৰিপা কৰোক । এই ৰূপে সেই মানুহে সজ গিয়ান পাই, সেই কালৰে পৰা দুৰাচাৰ কৰম তিয়াগ কৰি ধৰমি লোক হল, পাচে সিবিলাকে দুয়ো জিৱনৰ সেসলৈকে পৰম সুখে কাল নিয়ালে । হে ধৰমি তিৰি সকল, তোমোলাকৰ কাৰবাৰ জদি অধৰমি স্বামি থাকে তেন্তে তোমোলাকে সেই ৰূপে সজ আচৰন কৰা, তাতে সিবিলাকে তোমোলাকৰ সজ কৰম ৰূপ পহৰ দেখি, তোমাৰ পিচ্ছি ইশ্বৰৰ সেৱা কৰিবলৈ মন পালটন হব, কিয়নো ইশ্বৰৰ সাধ্যাতে কোনো কথা অসাধ্য ন হই । ন. ল. ক.

## জুবা ও গিয়ানি লোকলৈ নিবেদন ।

Philosophical Questions.

হে প্ৰিয় বন্ধু সকল,

আমাৰ দেসৰ মানুহবিলাকে এতিয়া জি অৱস্থাৰে কাল নিয়াইচে, তাক গুনি চোআচোন, আপোনাৰ দেসৰ উপকাৰ চিন্তা ভাল ; তোমোলাকে অকাৰনত বহি থাকিলে কি হই ? তোমোলাকে ভালকৈ মন দি মোৰ প্ৰস্ন ৮ টা, সুন্দৰ ৰূপেৰে কোআ, জদি জানা অৰুনোদইত; চাঁপিবলৈ পঠাবা ।

প্ৰথম । চৰাইকে আদি কৰি জত জন্তুএ তিমা অৰ্থাত কনি পাৰে, তাৰ মাক বাপেকৰ পাখি আৰু গাৰ তপতৰ দোআৰাই জে জগে, জুইত সুমাই দিলে কিয় ন জগে?

২ । কি জন্তু তিৰোতা মতা অসংজোগে পুত্ৰৱতি হই?

৪ । ব্ৰিষ্টি কি কি প্ৰকাৰ হই, আৰু ব্ৰিষ্টি কাৰে সৈতে হই?

৫ । গৰু আৰু মানুহ দুইকো ইশ্বৰে স্ৰুজিলে, তাৰে মানুহত জে গিয়ান দিলে, গৰুত গিয়ান কিয় নি দিলে?

৬ । ব্ৰিখ্য, আৰু গৰু, মানুহ সকলোকো

ইশ্বৰেই সৃজিলে, দ্রিশ্যক কুৰিবলৈ নি দিলে কিয়?

৭। নদিৰ পাৰত বা আন ঠাইত মাত মাতিলে দুৰত বা সি পাৰে সেই মাত কিয় উঠে?

৮। চুন বাহিৰত দিলে নে ডাঁকে, মুখত দিলে কিয় ডাঁকে? শ্রী পথ্যধৰ সর্ম্মা।

---

সেই প্রস্নবিলাকৰ নিমিত্তে আমাৰ চাপাখানাৰ এজন লোকে এই এই উত্তৰ দিচে।

১। জুইৰ তাপত থলেও কনি জগে, আজিলৈকে কোনো কোনো দেসত এই ৰুপে জাই। কিন্তু চৰাইৰ সমান তাপ মাথোন দিব লাগে; সৰহ হলে পোআলি মৰে।

২। পুৰুসৰ সংজোগ ন হলে কোনো জন্তুৰ ইকি পুত্রৱর্ত্তি হব নোআৰে। কিন্তু কোনোএ চাকৈ চকোআ চৰাইৰে হই বুলি কই, তথাপি মিচা।

৩। সুর্জ্জৰ তাপে প্রিথিৱিৰ ভাপ ওপৰলৈ তুলি নিএ, সেই ভাপ সমুহ আকাসত গোট খাই থাকি, মেঘ হই গৈ; পাচে সেই ভাপৰ পানিবোৰ বায়ুৰ দোআৰাই চলাই নিয়া হৈ কোনো কোনো দিসত পৰি ব্রিষ্টি হই।

৫। সংসাৰৰ সকলো স্রিষ্টিৰ মাজত ইশ্বৰে মানুহ জাতিক অতি উত্তম ৰুপ দি সৃজিলে, সেই গুনে উত্তমত উত্তম অর্থাত পৰম গিয়ান, আৰু ইশ্বৰে অতুল্য ভক্তিৰ পাত্র মানুহক কৰিলে।

৬। গচ, পর্ব্বত আদি ভয়ঙ্কৰবোৰে আপোনাৰ ইচাৰে চলিব কুৰিবলৈ সক্তি পোআ হলে, নিচয়ে মানুহ আদি কৰি সকলো প্রানিক নষ্ট কৰিলেহেঁতেন, সেই কাৰনে নি দিলে।

৭। মাতৰ সবদৰ বেগটো বায়ুৰ মাজত গৈ নদিৰ পাৰত বা আন কোনো ভেনে ওখ ঠাইতে লাগি উভতি আহাত প্রতি ধনিৰ সবদ উঠে।

৮। মুখৰ ভিতৰৰ চাল কোমল দেখি ডাঁকে।

## চকুৰ বিবৰন।

The Eye.

সৰিলৰ সকলো অঙ্গৰ মাজত চকু হলে বৰ আচৰিত। সি অতি সুন্দৰ আৰু সু নির্ম্মিত জন্ত্রৰ নিচিনা, আৰু পাতল জন্ত্রৰ নানা সৰু ভাগবোৰ আপোন ঠাইত জেনেকৈ থাকে, সেই ৰুপে চকুৰ মাজত অনেক অনেক প্রত্যঙ্গ আপোন আপোন ঠাইত ভাল মতে থাকে। এই নিমিত্তে চকুৰ দোআৰাই জি ৰুপে দেখিবলৈ সক্তি পাই, আৰু বুৰা ডেকাবিলাকৰ জি কাৰনত জি প্রকাৰ বিত চকুৰ প্রয়োজন থাকে, তাৰ বিসয়ে কিচু সংখেপে লিখোঁ। কোনে মানুহৰ চকু চাঁওতে তাৰ চাৰি ভাগ দেখা জাই। চাৰিও পোনে সুকুলা বৰন প্রথম ভাগ, অতি সকত। মঙ্গহৰ কনিৰ দোআৰাই চকুৰ কৰম হই, সি সেই সুকুলা ভাগত একে লগে থাকে। দুতিয় ভাগ, চকুৰ বৰনজুক্ত তৰাৰ ওপৰে নির্মল সিঙ্গৰ নিচিনা অতি সকত এখন ঢাকনি ওপৰে থাকে, তাৰে ভিতৰত থকা কোমল ভাগ ৰখ্যা হই, আৰু তাৰে পৰা দর্সনো হই। তৰা পাচ ফালে, ধেনুৰ আকাৰৰ নিচিনা থাকে। তাৰ বৰন সকলো লোকৰ চকুত একে ন হই, কোনো কোনো লোকৰ কলা বৰন, আনবিলাকৰ মেঘ বৰনিয়া, এই দুই ভাগৰ মাজত পানিৰ নিচিনা বস্তু আচে, তৰাৰ মাজ ঠাইত এক সন্ধি আচে, তাক পুতুলি বোলে। বৰ পহৰ হলে সেই সন্ধি সংকুচিত হই, পহৰ কম হলে প্রসাৰিত হই। তৰাৰ পাচ ফালে কাঁচৰ নিচিনা বস্তু থাকে।

---



## সত সংসৰ্গ কৰাৰ কথা ।

On keeping good Company.

সুনিয়ো দেৱতাগন কথাৰ জুগুতি
গিয়ানৱন্ত লোকক মুৰ্খে কৰোঁ তুতি নতি,
মধ্যম জনক মই বোলোঁ ম্রিদু ৰূপে,
সমান লোকক মুৰ্খে বুজাঁও এহি মানে ।
ৰচিব খুজিলোঁ এক কথা বিত্তোপন,
মোহোৰ মুখত নোলাই সোআদ বচন ।
বুধি হিনে জি জানিচোঁ তাহাক লিখিচোঁ,
এহিসে কাৰনে তুতি সবাকো কৰিচোঁ ।
লিখিলোঁ পৰাৰ মই দিন হিন জন,
এহি মানে জানি বন্ধু কথাত দিয়া মন ।
সত্ পদে সাধু লোকক কহই সকলে,
তাহাৰ সহিত গৈয়া জেহি নৰ মিলে ।
জানিবা তাহাক লোকে সত্ সংসৰ্গ কই,
তাহাৰ বিদই হোৱে জানা দায়ামই ।
হিংসা, অসুয়া, ক্রোধ, পৰৰ খিয়াল,
সাধু নিন্দা, মন্দ কথা ন কই কোনো কাল ।
সদাচাৰি জিতেন্দ্রিয় কুকৰ্ম্ম তিয়াগি,
হেনই জনক সবে বোলই বিবেগি ।
এই সত সঙ্গে জিতো আলাপ কৰই,
সত্বৰ দোআৰাই সিতো উতম হোৱই ।
এবে কিচু কথা কঁও, লগাই দিয়া হেতু,
জেন মতে সিহ্ আদি জত খুদ্র বস্তু,
কাঞ্চন সহিত মিলি হোৱন্ত কাঞ্চন,
ধাতু গুচি হোৱে সুধ সুবৰ্ন বৰন ।
জুইৰে পুৰিলে জানা উতম হই সোন,
তেতিখনে গুচে তাৰ সকলো দুৰ্গুন ।
অগ্নি বৰ্ন হই সিতো দেখিতে সোভন,
তাহাক দেখিয়া পাচে লই ধনি জন ।
সেহি মতে সাধু সঙ্গে মিলে জেহি নৰ,
হোৱে অতি নম্র মন জানিবা তাহাৰ ।
হেনই স্বভাও দেখি লোকে সলাগই,
ৰজাৰো থানত সিতো মৰ্জতাক পাই ।
ঘ্রিতক দেখিয়ো আৰু অগ্নিত কেনে ভাৱ,
তাপ পালে হৈ জাই অলপতে দ্রব ।
হেন ৰূপে জদি লগাই সন্তত সমন্ধ,
জানিবাহা গুচে তাৰ সৰ্ব কৰ্ম্ম বন্ধ ।
কেহো জনক দেখিলেও গৰ্বক ন কৰে,
কথোপকথন হৈয়া সমাদৰ কৰে,
ইজনে গুনই মনে কেনে সন্ত লোক,
এদিন মাত্র দেখি সমাদৰ কৰে মোক ।
লোনক দেখাহা জলে কেনে মিল জাই,
সাধু সঙ্গ লৈলে হই সেহি মত প্রাই ।
নিৰ্দয়া কঠিন ৰূপ থাকই জাহাৰ,
তেতিখনে সৰ্ব ভাও গুচই তাহাৰ ।
দেখিওক এক চন্দ্রে জগত পহৰ কৰে,
জত অন্ধকাৰ মানে সকলোকে হৰে ।
আৰু দেখা এক সুৰ্জে কৰন্ত প্রকাস,
জিমান জাৰ হই মানে কৰই বিনাস ।
সেহি মতে সাধু সঙ্গে দুষ্টক উতম কৰে,
জত বেয়া গুন মানে সকলোকে এৰে ।
আৰু দেখা পখি সকলৰ কেনে মতি,
সিহঁতৰ জানিবাহা অৰন্যে উতপতি ।
জেতিয়া মানুহে আনে সৰুতে ধৰিয়া,
অনেক প্রকাৰে জাৰ খোজে ভেৰ দিয়া ।
কিচু দিনৰ পাচে হই মনুস্যৰ বস,
অল্প অল্প কৰি তাৰ গুচই অৰস ।
বহু দিন থাকি পাচে বোলে পিতা মাতা,
তাৰ পাচে কই সিতো অনেক ভাল কথা ।
এঙ্গাৰক দেখিয়োক কেনে কলা বৰ্ন,
অগ্নিৰ সংজোগে সিও হৱে অগ্নি বৰ্ন;
সেই ৰূপে মন্দ নৰো জদি মিলে জাই,
অৱস্যে সি জনে সাধুৰ স্বভাৱক পাই ।
ইহাতে আচৰ্জ কিচু ন কৰিবা মনে,
কৰে সিতো পৰিতিয়াগ মনৰ মলিন মানে ।
আৰু দেখা চুম্বুক মনিৰ জেন গুন,
লোহাক দেখিলে সিতো কৰে আকৰ্সন ।
চুম্বুক মনিৰ ৰূপ সন্তৰ সঙ্গ হই,
দুষ্টকো টানিয়া পাচে আপুনি আনই ।
লোহাৰ স্বৰূপ মন জাহাৰ থাকই,
জানিবাহা অতি কঠিন তাহাৰ বিদই,
সি জনকো সাধু লোকে অতি ভাল কৰে,
সিলৰ সদ্রিস মন তেতিখনে এৰে ।
দায়া খেমা স্বভাৱক থাপন কৰই,
দুষ্ট সঙ্গে ইতো লাভ কভু নাহি হই ।
কাঠৰ দেখিয়ো গতি অগ্নিত কেনে ভাই,
লগাই দিলে মাত্রকে কৈঁচাও হৱে চাই ।

অতি কঠিন লোহাকে জে, অগ্নিএ দহই,
কিছু কাল থাকি পাচে টোপা টোপে বই ।
সেহি ৰুপ অগ্নি জানা সাধুৰ সঙ্গক,
অতিসই দুৰ কৰে লোহামই মনক ।
এতেক জানিয়া কৰা সাৱধান চিত,
সন্তৰ সঙ্গক সবে লৈবা প্ৰতিনিত ।
সন্তৰ উপদেস মনে লৈবা ঠাৱৰ কৰি
অন্তকৰনৰ সবে গুচি জাইবে বৈৰি ।
সাধুৰ উপদেস মনে হেলা ন কৰিবা,
তাহাৰ দোআৰাই ভাল গুনক পাইবা ।
পুজ্যতা, মান্যতা, সুখ অনেক সম্পতি,
সিল্প গিয়ান, বিদ্যা গিযান, হৈবে উত্পতি ।
দেখিয়োক সিসু গন ইংৰাজিৰ গতি,
প্ৰথমতে লই জানা সন্তৰ সঙ্গতি ।
তাৰ পাচে গিয়ান বাৰ্হি কৰে নানা কাম,
লোকৰ মাজত পাচে লই ভাল নাম ।
জদি হোআ সিসু গন হেনই প্ৰকাৰ
তেবেসে সভ্য নাম পাবা ভাল সমাজৰ ।
সেহি মতে জদি কৰা আমাৰ সিসু গন
কেনে মতে হৈবে দেখা দেসৰ সোভন ।
এহি মানে কহিলোঁাহো মই মুৰ্খ জনে
অসুধ কথাক দোষ ন ধৰিবা মনে ।

পৰাৰ প্ৰবন্ধে কহোঁ মই মুৰ্খে,
সবে মন দিয়া সুনা ।
মই বুধি সুন্যে জি পাৰিলোঁ মানে
তাকে নিবেদিলোঁ জানা ।

জত অপৰাধ সকলো খেমিবা
মই দিন হিন গুনে ।
ভাল সঙ্গ বিনে দুষ্টৰ সঙ্গ তেজা
ন লৈবা জানাহা মানে ।

ইহ পৰলোকে নাহিকে কল্যান
দুষ্টৰ সঙ্গত ভাই,
দুষ্ট সঙ্গ লৈলে মানা ভ্ৰষ্ট হই,
মৰি অধোগতি জাই ।

এতেক জানিয়া এবা সিসু গন
নে জাইবা দুষ্টৰ ঠাই ।
শ্ৰীচিকা দাস সিৱসাগৰতে বাস
আচোঁাহো কৰিয়া মই ।



## মলুআ ৰজাৰ এখন চিঠি ।

The Mona —Letter from Kopiraj

মহা মহিম শ্ৰীজুত অৰুনোদই সম্পাদক
মহাসয়েষু !

মই জাঁজিৰ পৰা নগা পৰ্বতলৈ সকলো বান্দৰৰ ওপৰত ৰজা হৈচোঁ । মই মলুআ জাতিৰ দেখি মোক মলুআ ৰজা বোলে, চাহাবে মোৰ নাম সুনিব পাই । মই প্ৰায়ে অৰুনোদই নে চাঁও, তথাচ এপ্ৰিল মাহৰ অৰুনোদই এটা মানুহৰ হাতত দেখি নকচা চাই আৰু অলপমান কথা পৰ্হি বৰ ভাল পালোঁ, এই ৰুপে জদি মাহে মাহে বান্দৰৰ কথা লিখে আমাৰ জাতৰ মাজত অৰুনোদই লোআ অনেক গৰাকি ওলাব, কিন্তু মানুহ জাতিএ হলে গিয়ানলৈ প্ৰায়ে বৰকৈ মন ন কৰে বুলি মই সুনিচোঁ, আৰু দুটা মান বিসয়া, আৰু ডাঙ্গৰ পণ্ডিত লোকৰ বাহিৰে আনবোৰে বচেৰেকত এটকা দি অৰুনোদই লবলৈকো কিৰ্পিন হই । আৰু সুনিচোঁ, লোআবিলাকৰ মাজতো কোনো কোনোএ তিনি চাৰি বচৰলৈকো তাৰ মুল্য একো ধন নি দিএ, এই বৰ আচৰিত কথা । কিন্তু হে সম্পাদক মহাসই, মোৰ কথা পতিয়াবা, বান্দৰ সকল এইমান অনিয়াই কৰা আৰু কিৰ্পিন ন হই । এই হেতুকে মানুহৰ কথা এৰি, আমাক আদি কৰি সকলো জন্তুৰ কথা লিখিলে আমি ভাল দেখোঁ, কিন্তু কেৱল মানুহৰ কথা লিখিলেহে আমি বেজাৰ পাঁও । মানুহ জাতিএ আপোনাক জি জি অলপ ধন

দিএ, তাৰে একো ন হই। আমাৰ প্ৰজাবিলাকক সিইতৰ দৰে সিখ্যা দিয়া হলেইতেন, তেতিয়া মন ভাল হৈ অলপিয়া এটকা দুটকা নি দি, ধৰালি কালত আপোনাক নি আমাৰ পৰ্ব্বতৰ হিৰা মুকুতাৰ গাঁত আৰু পৰস পাথৰো দেখাই দিয়া হলেইতেন। আৰু আগেয়ে জি নকচা লিখিলে, সেইবোৰ ভাল হওতে হৈচে, কিন্তু এই দেসত থকা আমাৰ জাতৰ ন হই। এই নিমিত্তে অলপ নিবেদন কৰোঁ, পাচৰ মাহত আমাৰ জাতৰ দুটা মানৰ নকচা, আৰু বিবৰন লিখিলে ভাল হই। এতিয়া আমাৰ ধনিকৰে মোৰ নকচা তুলিচে, তাক পঠাই দিম। অনুগ্ৰহ কৰি এই চিঠিৰ ওপৰত তাক লিখিলে আমাৰ পাত্ৰ মন্ত্ৰি সকলোৰে আনন্দ হব, আৰু আপোনাৰো জস নাম থাকিব। কিন্তু চাহাবে এটা কথা বুজিব লাগে, এই হিন্দুস্থান দেসত হনুমন্তা প্ৰধান, আৰু ধৰমি; পচিম হিন্দুস্থানত মানুহে সেই জাতিক দেৱতাৰ দৰে পুজনিয়কৈ পুহি পুহি থাকে; এই হেতু হনুমন্তাৰ এক নকচা দিলে ভাল হই, কিন্তু মোৰ



The Entellus, or Honuman.

নকচাৰ ওপৰত কাৰো নকচা নি দিব। আৰু হলৌ সকলে সন্তুষ্ট হবৰ নিমিত্তে সিবিলাকৰো এটা নকচা লিখিলে ভাল; সেই দেখি মোৰ ৰাজ মন্ত্ৰি সম্বৰাজ হলৌ তাৰবিয়াৰ নকচা দিব খুজিচিলোঁ, কিন্তু তেঁওক কোনো সকামে পৰ্ব্বতৰ সি কালনৈ পাঠোৱা হেতুকে তেঁওৰ



The Holou, or Gibbon of Asam.

ঘৈনিএক আৰু লৰাৰ এই নকচা পঠাইচোঁ। কিন্তু চাহাব, মোৰ আৰু এক নিবেদন, দুষ্ট লোকে আমাৰ প্ৰজাবিলাকক ধৰি বন্দিকৈ বান্ধে, আৰু জাহাজতো দেসান্তৰ কৰে। অৰুনোদইৰ দোআৰাই এই অনিয়াই অৱস্যে নিবাৰন কৰিব লাগে। সম্বৰাজৰ লৰা তিৰোতাৰ নকচা লিখোঁতে, মোৰ লৰা কিবা কৰিব বুলি তাই বৰ ভয়েৰে হাত দাঙি তাৰ কথা চাহাবলৈ লিখিবলৈ মানা কৰিচে। আৰু সেই ৰূপে ধৰি নিএ দেখি আমাৰ প্ৰজা সকলে চাহাব লোকলৈ সদাই ভই কৰি থাকে। কিমধিক মিতি।

শ্ৰী শ্ৰী মনুআ কপিৰাজ চক্ৰবৰ্ত্তি।

## বালিনৰ আখ্যান।

The Pathan Dynasty—Balin Sultan.

মহমদৰ কোনো সন্তান ন থকাত উজিৰে সেই বন্ধুৰ হোৱা বালিনক সকলো ভদ্ৰ লোকৰ সম্মতত সিংহাসনত বহুআলে।

ইলতমস্যাৰ ৰাজ্য ভোগৰ কালত তেঁওৰ দু কুৰি জন তুৰুকি বন্দি থকাত সিইতে বাদস্যাৰ অনেক ভাৱে অনুগ্ৰহ পোৱা হল; সিইতে সকলো একে মন হৈ এই আলচ কৰিচিল,

বোলে, বাদস্যা মৰিলে, আমি প্ৰুতি জনে ৰাজ্য ভাগ কৰি লম। কিন্তু সেসত সিইঁতৰ আপোনাৰ মাজতে অসুয়া আৰু বিৰোধ জনমি সেই আলচ নষ্ট হল। সিইঁতৰ মাজৰে এজন বালিনো হৈছিল, আৰু সিইঁতৰ কেতবোৰ অতি পৰাক্ৰমি হল, এই হেতুকে বালিনে সিইঁতক উচন কৰিবলৈ জতন কৰিলে, সেয়ে তেঁওৰ প্ৰথম কৰম।

Character of his Administration.

এই সকলক ব। কৰাৰ পাচত তেঁও নিয়াই আৰু সজ শাসনত অতি খিয়াতিমন্ত হল, তাতে পাৰ্চি আৰু তাতাৰ দেসৰ বাদস্যাবিলাকেও তেঁওৰে সৈতে মিত্ৰ হবলে ধৰিলে। তেঁও কেৱল উপযুক্ত লোকবিলাককহে ৰাজ্যৰ কৰমত বিসই দিলে, আৰু তেঁও জেনেকৈ জোগ্য লোকক সন্তোস কৰাই, তেনেকৈ দুষ্টকো দমন কৰিছিল।

তেঁও টুটকিয়া, নাচনি আৰু আন আন কুবেৱহাৰ কৰা লোকক ৰাজ ঘৰৰ পৰা দুৰ কৰি খেদাই দিলে। এক দিন তেঁওৰ আগত কোনোএ কলে, বোলে, এজন ওমৰাই অধিক ধনৰ সুত লোআতে বৰ ধনৱন্ত হৈছে; বাদস্যা জদি সিংহাসনত থাকি তাৰে সৈতে আলাপ কৰে, তেতিয়া সি বাদস্যাক অনেক লাখ টকা দিব। তাতে বাদস্যাই সমিধান কৰি কলে, জদি মই বাদস্যা হৈ এনে সৰু লোকৰ লগত আলাপ কৰি ময়ো সৰু হওঁ, তেন্তে মোৰ প্ৰজাবোৰে মোৰ কথাত কি ভাবিব? বালিনৰ দৰবাৰ সকলতকৈ সভ্য আৰু ঐশ্বৰ্জ্জৱন্ত গনা হৈথকাত। ৰাজ্যৰ অধিকাৰিবিলাকৰ ঘৰত প্ৰুতি ঘৰত পণ্ডিত আৰু কবিৰ সভা কৰে। ৰাজবস্ত্ৰ আৰু বাহন বিসয়ৰ ঐশ্বৰ্জ্জত তেঁওৰ বৰ বাঞ্ছা আছিল; এই নিমিত্তে তেঁওৰ সকলো মন্ত্ৰিবিলাকেও সেই দৰে কৰিছিল। দিলি নগৰ দেখোঁতে এক নতুন নগৰ প্ৰিথিৱিৰ পৰা আপোনাৰ মুৰ দাঙ্গি ওলাইছে বুলি জনা হৈছিল।

His Magnificence.

তেঁওৰ ৰাজ সভা ধন এনে ঐশ্বৰ্জ্জৱন্ত হোআত কোনোএ নিৰ্ভাৱনা ৰূপে সিংহাসনৰ আগলৈ জাব নোআৰিছিল। বাদস্যাৰ ৰাজ হাতি সোন আৰু কাম ৰৰনিয়া বস্ত্ৰৰে সজোআ হৈছিল। আৰু তাক জিবিলাকে সদাই ৰাখি থাকে, সেইবিলাক আৰবি লোকৰ উত্তম উত্তম ঘোঁৰা চোআৰ, আৰু সিইঁতৰ ঘোঁৰাবো ৰূপৰ লাগাম, আৰু সিইঁতৰ জিম নানা চিত্ৰ বিচিত্ৰ কৰম কৰা। বাদস্যাই লখ্য লোকত বাজে বাহিৰলৈ নোলাই। বালিনৰ আগেএ দেসত এনে ৱেৱহাৰ আছিল, জদি কোনোএ কাকো বধ কৰে, তেতিয়া সি তাৰ পৰিয়াল বা মিত্ৰৰ কুটুমক বহু ধন দি সন্তোস কৰালে বধ কৰা অপৰাধৰ পৰা উধাৰ হই। কিন্তু বালিন বাদস্যাই সেই বিধি গুচালে। পাচত কোনো এক দুখি তিৰোতাৰ লৰা এটিক বদাউনৰ চুবাদাৰে বধ কৰাত বাদস্যাই সেই চুবাদাৰকো প্ৰান দণ্ড কৰিবলৈ আগ্যা কৰিলে।

তেঁও আপোনাৰ সৈন্যৰ এলাহ গুচাবলৈ প্ৰুতি সপ্তাহে সিইঁতক নগৰৰ বাহিৰে মৃগয়া কৰিবলৈ লৈ জাই। আৰ্চিলাৰ পুত্ৰ মহম্মদ তাতাৰ বঙ্গাল ভুমিত আপোনাক স্বতন্ত্ৰ কৰিবলৈ আৰম্ভন কৰিলে; কিন্তু ১২৫৯ সঁকত তেঁওক পৰাজই কৰা হলত দিলিলৈ বছৰি বছৰি ৰাজ কৰ সোধাবলৈ ধৰিলে।

Rebellion of Tugrol.

এই কালত সকলো দেসত সুখ সান্তি আৰু নিৰ্ভই আছিল। তেতিয়া বঙ্গাল দেসৰ অধিকাৰ তুগৰলে দ্ৰোহ কৰিবলৈ ধৰিলে। বালিন সেই সময়ত নৰিয়া পৰি আছিল, তাতে তেঁও মৰিল বুলি মিচাকৈ বুজুআ হল; তেতিয়া এনে বাত্ৰা তুগৰলে সুনিলে, তেতিয়া তেঁও আপোনাৰ ওপৰত ৰঙা ৰৰনিয়া চত্ৰ ধৰিবলৈ আগ্যা কৰিলে, আৰু সকলো ৰজাৰ চিন লৈ আপোনাকে বঙ্গাল দেসত স্বতন্ত্ৰ ৰজা বুলি প্ৰকাস কৰিলে। ইয়াকে সুনি বালিনে তেঁওলৈ পত্ৰ লিখি কলে, তুমি পূৰ্ব্বৰ দৰে মোৰ অধিনলৈ আঁহা। কিন্তু তুগৰলে বালিৰ সেই আগ্যা নমনাত বালিন বাদস্যাই অজোধ্যাৰ অধিকাৰ তিগিক সৈন্য গোটাবলৈ আগ্যা কৰিলে, আৰু তেঁওক বঙ্গাল দেসৰ চুবা-

দাৰ পদত নিজোজন কৰি তৈমুৰ মালিকক, জামাল আৰু আন আন সেনাপতিক লগত দি, তেঁওক দিলিৰ পৰা বঙ্গাল দেসলৈ পঠাই দিলে ।

Defeat of Tigi and Tarmati.

তিগিএ সৰজু নদি পাৰ হৈ বঙ্গাল দেসলৈ আহিল, আৰু তুগৰলেও আপোনাৰ সৈন্য লৈ তেঁওৰে সৈতে জুধ দিবলৈ গল । কিন্তু তুগৰলে আগেএ তিগিৰ তুৰুকি সেনাপতিৰ মাজত বহু ধন বিলাই দিয়াত, সেই সকলো সেনাপতিবোৰ তুগৰলৰ ফলিয়া হল, সিও এই আসাতে বাদস্যাৰ সৈন্যবোৰৰ লগত জুধ কৰি সিবিলাকক পৰাজই কৰিলে । বাদস্যাই এই কথা সুনি, অতি ক্রোধেৰে পুৰ হল, তাতে অজোধ্যাৰ সিংহ দুআৰত তিগিক কাঁচি দিবলৈ আগ্যা কৰিলে । আৰু তুৰুকিৰ এক সেনাপতি তৰমতিক অন্য সৈন্য সমূহ দি, তুগৰলক নাস কৰিবৰ হেতুকে পঁাচি দিলে । কিন্তু তৰমতিও তিগিৰ দৰে দুৰ ভগিয়া হল, কিয়নো তুগৰলে তৰমতিক জুধত জই কৰি, ৰনৰ সামগ্রি আৰু সকলো বাদস্যাৰ ধন কাঢ়ি ললে ।

Balin takes the field in Person.

বালিনে দুতিয় বাৰ জুধৰ পৰাজই সুনি, আপুনি জুধলৈ জুগুত হৈ ওলাল; আৰু ধৰকালিলৈ অপেখ্যা ন কৰি, গঙ্গা পাৰ হৈ প্রতি দিনে দুগুন পথত বিলম্ব হৈ সৈন্যে সমনিতে বঙ্গাল দেস পালেগৈ; পথৰ মাজত বাদস্যাৰ কিছু কাল পলম হোআত তুগৰলৰ সৈন্য গোটাবলৈ বহু সমই পালে । তুগৰলে আপোনাৰ হাতি আৰু ধন সম্পত্তি লৈ জেতিয়ালৈকে বাদস্যা পুনৰাই দিলি নগৰলৈ উলটি নে জাই, সেই কাললৈকে উবিচাৰ জই নগৰত থাকিম বুলি থিৰ কৰি গল ।

বালিন বাদস্যা অতি সিঘ্রে উবিচালৈ গমন কৰিলে, কিন্তু সত্রুবোৰ কত থাকিচে, তাৰ একো অনুসন্ধান পাব নোআৰিলে । পাচত মালিক সেনাপতিক সাত হেজাৰ সৈন্য লৈ আগ বাঢ়ি জাবলৈ আৰু সত্রু সেনাবোৰৰ অনুসন্ধান লবলৈ আগ্যা কৰিলে; কিন্তু কোনো উপায়েৰে সত্রুবোৰৰ বাত্রা পাব নোআৰিলে । এদিনত কোলৰ অধিকাৰ মহমদ চেৰে আগ হৈ জোআ দুকুৰি জন সেনা লৈ বাহিৰ ওলাল, তাতে জন চাৰেক সাৰথিক দেখি সিহঁতৰ কথা সুধিলত সিহঁতে কোনোএ একো কথা লৈ নে কাঢ়িলে । পাচত সিহঁতৰ এজনৰ মুৰ কাটিলত সিহঁতে লৈ কাঢ়ি কলে, এতিয়াই আমি সত্রুবোৰৰ চাউনি দুই ক্রোচৰ ভিতৰত এৰি আহিচোঁ ।

Tugrol surprised and slain.

মহমদে তালৈ আপুনি গৈ এক ওখ ঠাইৰ পৰা এক বৰ পথাৰ জুৰি থকা সত্রুবোৰৰ চাউনি দেখা পালে, আৰু ৰাজ দ্রোহিবোৰৰ চাউনি দেখি তাৰ প্রতিফল দিবলৈ ৰনৰ সাজ পিন্ধি জুগুত হল । তেঁওৰ সঙ্গি দু কুৰি জনৰ মনত এই প্রধান. ৰমৰ ঐস্বর্জৰ প্রসংসা কথা মনত সুমাই, সিহঁতে সৈতে অতি বেগে চাউনিত প্রবেস কৰিলে; আৰু চাউনিৰ লোকবিলাকেও সিবিলাকক আপোন লোক বুলি সোমাবলৈ দিলে । তেঁও বাঁও আৰু সোঁ কালে ন গৈ তুগৰলৰ চাউনিলৈ গল, আপোনাৰ সেনাবোৰৰ অস্ত্র বাহিৰ কৰিবলৈ আগ্যা কৰিলে । পাচে সিবিলাকে তুগৰলৰ ওচৰলৈ গৈ তাত জিমান ওমৰা লোক গোট খাই আচিল, সেই আটাইকে এটা এটাকৈ বালিনৰ জই হওক, বালিনৰ জই হওক, এই বুলি জইধনি কৰি কাটিবলৈ ধৰিলে ।

তুগৰলে ইয়াকে দেখি বাদস্যাৰ অনেক সৈন্যে আপোনাক আক্রমন কৰিচে বুলি ভাবিলে, এই হেতুকে আপুনি থকা তাম্বু ঘৰৰ ভিতৰ কালে এক দুআৰ কাটি বিনা জিমে ঘোঁৰাত উঠি নদিলৈকে পলাই গল । এনেতে মহমদৰ ভায়েক মহাবল মালিকে নদিৰ তিৰলৈকে গৈ তুগৰলে নদি পাৰ হব খোজাতে তেঁও কাঁড় মাৰিলে, তাতে তুগৰল তেতিখনতে ঘোঁৰাৰ পৰা পৰিল, আৰু মালিকে জপলৈ জাঁপ মাৰি তুগৰলৰ চুলিত ধৰি টানি আনি বামত মুৰ কাটি পেলালে তেতিয়াই তাত সত্রু সেনাবোৰক দেখা পালত ভয়তাই মনৰ কষ্ট

মুৰটো বালিত লুকাই গা ভোঙৰ পানিত উটাই দি আপুনি ৰূপাট ভাৱে, নদিত গা ধুৱলৈ ধৰিলে ।

তুগৰলৰ একো যুদ্ধ নো পোআত তেঁওৰ সৈন্যবোৱে ভই পাই চাৰিও ফালে পলাবলৈ ধৰিলে, আৰু আপোন আপোনাৰ প্ৰান ৰখ্যাৰ বাজে কেৰে একোলৈ মন ন কৰিলে । পাচৰ দিনত বালিন বাদস্যা সকলো সৈন্য সমনিতে সেই ঠাই পালেগৈ, আৰু সেই মহা পৰাক্ৰমি দুই ভায়েকক মতাই অৰালে, আৰু সিবিলাকক প্ৰসংসা ন কৰি কলে, বোলে, এনে অসম সাহিয়াল্ল কৰম কৰা উচিত ন হই । কিন্তু পাচে অনেক দিনৰ মুৰত অনুগ্ৰহ প্ৰকাস কৰিলে, আৰু অনেক ঐস্বৰ্য্য খিতাপ দি সিবিলাকক সন্তোস কৰালে ।

Balin establishes his son Kera in Bengal

বালিনে বঙ্গাল দেসলৈ বেলিএ বেলিএ গৈ তুগৰলৰ সকলো পৰিয়ালবোৰক বধ কৰিলে । আৰু তেঁও এই এটা নিৰ্দয়া কৰম কৰিলে, পূৰ্বে তুগৰলে জি অনেক ফকিৰক অনুগ্ৰহ কৰি আহাৰ আদি আৰু তিনি মোন সোন সিইতক দিছিল, সেইবোৰক বালিনে নষ্ট কৰিলে । বাদস্যাই আপোনাৰ পুত্ৰ কিৰাক বঙ্গাল দেসৰ অধিপতি হবলৈ অভিসেক কৰি তেঁওক সকলো ৰজাৰ চিন দিলে, আৰু তুগৰলৰ ঘৰ লুট কৰি তাৰ সকলো সম্পত্তি তেঁওক দিলে অকল হাঁতি আৰু নগদ টকা আপুনি দিলিইৰ লৈ গল । এই জুধত তেঁওৰ তিনি ৰ হল । ন. ল. ফ.



Copper Coin of Gayas Uddin Balin Balban.

ইয়াত লিখা আছে, উল চুলতান উল আজম গয়াচ উল দিন ও উল দুনিয়া বলবন । বলবন, এই নাম বাঁও ফালে মাজত লিখা আছে । তাক দেখি মুৰনিয়াকৈ হিন্দু আখৰেৰে লিখিচে





Rupee of Sultan Gayas Uddin Bahadur Shah.

উল চুলতান উল আজম (অৰ্থাত মহা ৰজা) গয়াচ উল দুনিয়া ও উল দিন (জগত আৰু ধৰমৰ অধিকাৰ) আবুল মজফৰ (জয়ৰ বাপেক) বেহাদুৰ স্যা উল চুলতান । খুদ আলা মাকা, (ইস্বৰে সদাই ৰাখোক) ।

সোঁ ফালে । উল ইমান উল মস্টাচম উল মোমনিন । অৰ্থাত উল মস্টাচম ইমাম (বাগদাদত থকা কালিফ) বিস্বাসিবিলাকৰ অধিকাৰ ।

## জুন, অৰ্থাত আহাৰৰ পঞ্জিকা ।

Almanac for June, A. D. 1854. Asam Era, 1776.

| জুন | জেঠ | বাৰ | তিথি | দিনমান | জুন | আহাৰ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৯ | ৫ | ৫ | ১৩।৩৬ | ১৬ | ৩ | ৬ | ২১ | ১৩।৪১ |
| ২ | ২০ | ৬ | ৬ | ১৩।৩৭ | ১৭ | ৪ | ৭ | ২২ | ১৩।৪১ |
| ৩ | ২১ | ৭ | ৭ | ১৩।৩৭ | | | | | |
| | ২২ | | | | ১৮ | ৫ | ১ | ২৩ | ১৩।৪১ |
| ৪ | | ১ | ৮ | ১৩।৩৮ | ১৯ | ৬ | ২ | ২৪ | ১৩।৪২ |
| ৫ | ২৩ | ২ | ৯ | ১৩।৩৮ | ২০ | ৭ | ৩ | ২৫ | ১৩।৪২ |
| ৬ | ২৪ | ৩ | ১০ | ১৩।৩৮ | ২১ | ৮ | ৪ | ২৬ | ১৩।৪২ |
| ৭ | ২৫ | ৪ | ১১ | ১৩।৩৯ | ২২ | ৯ | ৫ | ২৭ | ১৩।৪২ |
| ৮ | ২৬ | ৫ | ১২ | ১৩।৩৯ | ২৩ | ১০ | ৬ | ২৮ | ১৩।৪২ |
| ৯ | ২৭ | ৬ | ১৩ | ১৩।৩৯ | ২৪ | ১১ | ৭ | ২৯ | ১৩।৪১ |
| ১০ | ২৮ | ৭ | ১৪ | ১৩।৪০ | | | | | |
| | | | | | ২৫ | ১২ | ১ | ৩০ | ১৩।৪১ |
| ১১ | ২৯ | ১ | ১৫ | ১৩।৪০ | ২৬ | ১৩ | ২ | ১ | ১৩।৪১ |
| ১২ | ৩০ | ২ | ১৭ | ১৩।৪০ | ২৭ | ১৪ | ৩ | ২ | ১৩।৪১ |
| ১৩ | ৩১ | ৩ | ১৮ | ১৩।৪০ | ২৮ | ১৫ | ৪ | ৩ | ১৩।৪১ |
| ১৪ | ১ | ৪ | ১৯ | ১৩।৪১ | ২৯ | ১৬ | ৫ | ৪ | ১৩।৪১ |
| ১৫ | ২ | ৫ | ২০ | ১৩ ৪১ | ৩০ | ১৭ | ৬ | ৫ | ১৩।৪০ |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিদ ।

Receipts for the Orunudoi.

G. Williamson, Esq. 1853, 15 Rs.

J. W. Masters, Esq. 1854 2 Rs.

শ্ৰী বলো সৰদাৰ, গোলাঘাট ১৮৫৪ ১৲

শ্ৰীমতি সুমলি চাৰ্ক্দ ৬ মাহ ॥

শ্ৰীমতি জগাৰি মাৰ্থা এৰঞ্চ ” ॥

THE ORUNUDOI,
*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press.*

# অৰুনোদই

৯ বচৰ। মোং শিৱসাগৰ, জুন, ১৮৫৪। নম্বৰ ৬।

VOL. IX. SIBSAGOR: JUNE, 1854. NO. 6.

## নানা দেসৰ সম্বাদ।

**Journal of Events—War with Russia.**

এপ্রিলৰ ৮ তাৰিখৰ ইংৰাজি ডাক ৭ মেই তাৰিখত বম্বাই নগৰ পালে; পাচ দিনা ইলেকত্রিক টেলেগ্রাফৰ দোআৰাই কলিকতালৈ বাত্রা আহিল। ২৮ মার্চ তাৰিখত মহা ৰানিএ ৰুচিয়াই সৈতে ৰন কৰিবলৈ আগ্যা প্রকাস কৰিলে।

আদ্মিৰাল চেৰ চার্লচ নেপিয়ৰ চাহাবে ইংৰাজি জাহাজবোৰে সৈতে ৰুচিয়াৰ তিনি খন ৰৰ জাহাজক যুধ কৰি ললে।

**Mr. Bruce's House destroyed by Lightning.**

এই বাত্রা সুনিচোঁ, তেজপুৰত থকা শ্রীযুত ব্রুচ চাহাবৰ বঙ্গলাত বজ্রপাত অর্থাত মেঘৰ বিজুলি পৰাত গোটেই ঘৰ পুৰিলে; তথাপি ইশ্বৰৰ অনুগ্রহৰ দোআৰাই কোনো প্রানি ন মৰিল। আন দেসত বজ্রপাত পৰিবৰ ভয়েৰে প্রাই সকলো ঘৰত বাজ কালে লোৰ গুনা তলৰ পৰা ওপৰলৈকে লগাই, তাতে বিজুলি গুনাত পৰি তাৰে দি মাটিলৈকে চলি গৈ ঘৰৰ একো বিঘিনি ন কৰে।

**Deaths from drinking bad water.**

বম্বাই নগৰৰ ৫০০ মান মানুহ এই বচৰৰ ভিতৰত বেয়া পানি খোআৰ কাৰনে মৰিল। সেই নগৰৰ লোকক ভাল পানি দিবৰ নিমিত্তে ১৮ মাইলৰ আঁতৰত ৰব পুখুৰি খানি তাৰ পৰা লোহাৰ নলাই দি পানি অনাব। ১৮৫৫ চনত সেই পুখুৰি আৰু নলাবোৰ তৈয়াৰি হব বুলি সুনিচোঁ।

**Storm at Rangoon.**

২৩ এপ্রিল তাৰিখত ৰাংগুন নগৰত ৰব ধুমুহা বতাহ হৈ বজাৰ আদি অনেক ঘৰ পেলালে, আৰু জাহাজ সাজিবৰ নিমিত্তে জি ডাঙৰ ডাঙৰ কাঠবোৰ তাত পৰি আছিল, তেনে ২২০০ কাঠ নদিত উটাই সাগৰলৈ নিয়ালে। কেতখনি জাহাজো ভাগিল।

**Hurricane in Bengal.**

জোআ এপ্রিল মাহত তাটি ৰঙ্গপুৰত বামাবলিৰ দৰে ঘুৰনিয়া ৰব বতাহ হোআত পানবাৰি গাঁও আৰু তাৰ পুব পাৰৰ কোনো কোনো ঠাইৰ ঘৰবোৰ উৰাই কলৈবা নিলে। প্রায়ে গচবোৰ নাই কিয়া হল মানুহ মৰিল ৭ টা, গৰু মৰিল ২ টা, আৰু মানুহৰ হাত, ভৰি, গাত ঘা লাগি জিয়াতে মৰিলত আৰু এটা মানুহে কোলাত এটা সৰু লৰা থকাত তাক সেই লৰাই সৈতে উৰুৱাই অনেক দূৰত পেলালে, তথাপি মানুহ আৰু লৰা দুয়ো ৰখ্যা পৰিল। আৰু তাৰে এঠাইত এজোপা ৰব বাঁহ গচ ১০ হাত মানৰ ওপৰতে আটাইবোৰ চিঙি নিলে, আৰু সেই বাঁহ মুঢ়াৰ ওপৰতে এটা গৰু উৰাই আনি পেলোআত বিন্ধি ধৰি ওপৰতে ৰাখিলে। তাৰ পৰা কিচুমান পুবে ধামাৰপৰা গাঁৱত মানুহ নন্দ নামে এটা মানুহ তাৰ দুজনি তিৰোতা, তিনটা লৰাই সৈতে তেনেই উৰাই কলৈ নিলে একো চিনা নে পালে; আৰু আজুল নামে এটাৰ মতা তিৰোতা হাৰাই মৰিল।

আৰু তাৰ ওচৰতে ১৩ টা মানুহ একে ঠাইতে অছি আছিল। সেই গাঁৱৰ দখিন ফালে পথাৰ এক উত্তৰা দখিনাকৈ বহল বহল ফাট মেলিলে। তাৰে পুব ফালে বঁতানি পথাৰ প্ৰথমত কোনো ঠাইত এপুৰা কোনো ঠাইত দুপুৰা এইমান একো ডোখৰ ১॥ হাত মান দকৈ খানি উবাই নিলে। ইয়াৰ পৰা কিছুমান পুবে দমদমাত এটা ঘাট মাজিৰ ঘৰৰ ওচৰত ২৫ টা মানুহ মৰিল, তথাপি সেই মানুহ ঘাট মাজিৰ ঘৰৰ এটাও ন হই, আন কোনো ঠাইৰ পৰাহে উবাই আনি তাত পেলালে। ঘাট মাজিৰ ঘৰৰ মানুহ কলৈ নিলে তাৰ একো ঠিকনা নাই। সেই ঘাট মাজিৰ ঘৰৰ পুব ফালে অলপ দুৰতে আমুলা নস্য গ্ৰামে একজন মানুহৰ ঘৰত ১০ জন মানুহ আছিল, তাৰ মাজৰে ৯ জন কলৈবা নিলে, তাৰ ঠিকনা নাই, অকল আমুলা নস্য ঘা খেঁজেৰা হৈ জিয়াই থাকিল। আৰু তাৰ পৰা অলপ দুৰতে এক চুবুৰিত ৪২ জন মানুহ মৰিল। তাৰ পৰা অলপ পুব ফালে তাম ফাট গাঁৱত ঘৰ চাৰেক খেতিয়ক মানুহ একে ঠাইতে আছিল, তাৰ মাজৰে ২৫ জন মানুহ ঘৰৰ ওচৰতে মৰিল; আৰু তাৰ পুব ফালে পথাৰত ধান খেতিৰ মাজে মাজে অনেক খেতিয়াকৰ ম পৰি পৰি আছিল। আৰু সেই গুঁাওৰ চৰদাৰৰ ঘৰত মানুহ ২ জন চৰদাৰৰ তামোল গচবোৰ চিগি আহি চিক্কা জুপুৰিত পৰিলত ওপৰতে বাঁহ মুৰ্হাই বিন্ধি নৈ পেলালে। তাৰ পৰা পুব ফালে ফতেপুৰত বাই গচ, ঘৰ একোএই নাই কিয়া হল। আৰু মানুহ বিৰবল তেলিয়াৰ চুবুৰিত ১০০ মৰিল, সেই মৰা সবোৰ কোন কত পৰিল, তাক কোনোএ কব নোআৰে। তাৰ পুব ফালে কালিকাপুৰ গাৱৰ এক চুবুৰিত ১৩ জন মানুহ মৰিল। তাৰ পৰা পুব উত্তৰে তৈয়ৱ তালুকৰ খটুনাৰ ঘৰত ২ জনি তিৰোতা মৰিল। দমদমাৰ পৰা জি বাট মাহি গঞ্জলৈ গৈচে, সেই বাটৰে এঠাইৰ দাঁতিত কিছুমান আম, কাঁঠাল আদি গচ আছে, সেই গচবোৰৰ তলত বহু গৰু মৰিল। আৰু গৰুবোৰ আনি গচত মাৰি মাৰি দিয়াত প্ৰায়ে গৰুৰ চাল গুচি খেঁতেলা হৈ হৈ আছিল, আৰু গচবোৰতো তেজ লাগি লাগি আছিল। আৰু অনেক ঠাইত অনেক মানুহ, গৰু আদি মৰিল। সেইবোৰৰ কোনো কোনোৰ ভৰি চিগিচে, কোনোৰ মুৰ, হাত চিগিচে, কোনোৰ মুৰটো ভাগি মগজু বাহিৰ হৈচে। এই ৰূপে ডাটি ৰঙ্গপুৰত এটা মহা মাৰি হৈ গল। এই কথা ৰঙ্গপুৰ বাৰ্ত্তাবহত পাইচোঁ, আৰু তাক বাৰ্ত্তাবহ সম্পাদকে আপুনি চাই ঠিকনাকৈ লিখিচে।

**Discovery of Gold at the Cape.**

কেপ গুড হোপৰ ওচৰত অনেক ঠাইতে সোন পোআ গৈচে, তাক শুনি এহেজাৰ মান মানুহে মাটি খানি খানি আচে।

**Persecution in Sweden.**

ষ্টকহোম নগৰত ৭ জনি তিৰোতাই লুথৰৰ ধৰম এৰি ৰুমিয়া ধৰম লোআত নগৰৰ অধিকাৰে সিইতৰ অহিতে গোচৰ কৰিচে।

চুইদন দেসত ৰাজ ধৰম ন প্ৰবৰ্ত্তা হেতুকে প্ৰাই ৪০০ মান মানুহক এমাহ এমাহ বন্দিশালত ৰাখি সুদা ৰুটি আৰু পানি মাথোন খাবলৈ আগ্যা কৰা হৈচে।

**Persecution of the Jews in Russia.**

পোলণ্ড দেসত কোনো য়িহুদি তিৰোতাই ওৰনি লবলৈ নিসেধ কৰিলে; সিবিলাকে জদি সেই আগ্যা নে মানে, তেন্তে য়িহুদি বাৰি অন্য লোকে সৈতে বিবাহ হবলৈ বাধা কৰিচে।

**Torturing Slaves.**

আমেৰিকা দেসৰ নুঅৰ্লিন্স নগৰত চৌবো নামেৰে একনি তিৰোতাই জিএকে সৈতে বন্দিবোৰক লষোৰে মৰা, আৰু বেজি, চেপেনা, জুই আদিৰে সাস্তি কৰাৰ প্ৰমান ওলোআত অধিকাৰৰ আগ্যাৰে ধৰা পৰিল।

**The Maine Liquor Law.**

আমেৰিকা দেসৰ মেইন আদি কৰি কোনো কোনো প্ৰদেসত ৰাটিকা চৰাপ কিনা বেচা কৰিবলৈ নিসেধ কৰিলে।



## বাবৰ বাদস্যাৰ বিবৰন ।

Account of the Mogul Emperor Babor.

জহিৰ উদিন মহমদ বাবৰ ১৪৯৪ সঁকত ১২ বচৰ বয়সিয়া হৈ পচিম তাতাৰ আৰু খোৰাচান দেসৰ ৰজাৰ বাৰ পালে। তেঁও তিমুৰ বেগৰ পৰি নাতিএক ওমৰৰ পুতেক হই। তিমুৰৰ পৰা মিৰান স্যা ১, মিজা মহমদ ১, আবুচয়েদ ১, ওমৰ সেক মিজা ১, এই ৪ জন ক্রমেৰে বাদস্যা হৈ গল। পাচে বাবৰ সিংহাসনত উঠাত তেঁওৰ দদায়েক চমৰখণ্ডৰ ৰজাই তেঁওৰ দেস কাঢ়ি লবলৈ উপাই কৰা দেখি বাবৰে চমৰখণ্ড নগৰক যুধ কৰি ললে। পাচে সেই নগৰ লুট কৰিব নি দিয়াত, সকলো সৈন্যবিলাকে তেঁওক এৰিলত তেঁও হুহকি গল। ক্রমেৰে ২৪০ মান সেনা গোটাই ৰাতিএ আহি চমৰখণ্ড নগৰ আকও ললে। কিন্তু তাৰ পৰা সক্রুএ বেগাই খেদালে। পাচে কাবোল নগৰ লৈ তাতে ৰজা হল। কিন্তু আমোলাবিলাকে দ্রোহ কৰি বইচাক নামে আন এটা ৰজা পাতিলে। পাচে আমোলাৰ মাজৰ প্রধান পাঁচোটা মানুহ ক্রমেৰে মাতি আনি, এটা এটাকৈ তেঁও যুধকৈ মাৰিলে। তাতে সকলোবিলাকে তেঁওৰ কৰম আচৰিত মানি বইচাকক এৰি তেঁওক গ্রহন কৰিলে। পাচে দ্বিতিয় বাৰ আহি চমৰখণ্ড নগৰো যুধ কৰি ললে।

১৫১৯ সঁকত তেঁও হিন্দুস্থান দেসৰ ইব্ৰাহিম ৰজাই সৈতে ৰন কৰিবলৈ সিন্ধু নদি পাৰ হৈ আইল। পাচে ১৫২৩ সঁকত দিলিৰ উত্তৰ ফালে পানিপট নগৰত, সেই দুই ৰজা গোট খাই, মহা জুধ কৰিলে। ইব্ৰাহিমৰ এক হেজাৰ হাতি, এক লাখ ঘোঁৰা হৈছিল; বাবৰৰ তেৰে হেজাৰ ঘোঁৰা মাথোন আছিল। সেই দিনৰ ৰনত ইব্ৰাহিম আৰু পাঁচ হেজাৰ মানুহ একে ঠাইতে পৰিল। বাবৰ জই হৈ দিলি নগৰ লৈ, হিন্দুস্থানৰ ৰজা হল।

ক্ৰমেৰে তেঁওৰ সত্ৰুবিলাকে আৰুও জুধ কৰিবলৈ ১৫২৬ সঁকত চিকন্দৰ বাদস্যাৰ পুতেক মহম্মদক ৰজা পাতিলে। পাচে মহম্মদে ১০০,০০০ ঘোঁৰাই সৈতে জুধ ধৰিলত, বাবৰে পৰাজই কৰি খেদালে। ১৫৩০ সঁকত তেঁও মৃত্যু হল।

## গিত।

Justice and Mercy of God.

১ সকলো চিত্তে স্তুতি গাম
হে পৰম ইশ্বৰ তোমাৰ নাম;
হৈ প্ৰভুৰ ক্ৰিপাত হৰ্সিত মন
মই বৰ্নাম তেঁওৰ জস গুন কিৰ্ত্তন।

২ মোৰ সত্ৰুবোৰক কৰি নাস,
তুমিহে দিলা মুক্তিৰ আস,
পাই তোমাৰ ক্ৰিপাত আত্মাৰ ত্ৰান,
প্ৰসংসাৰ স্তুতি কৰিম গান।

৩ যিহোৱাই কৰে সোধ নিয়াই,
তেঁওৰ প্ৰতিফল বই নিত্যস্থাই;
দুখ পোৱা লোকৰ হৈ আস্ৰই,
তেঁও কৰে সকল সত্ৰু জই।

৪ যিহোৱাৰ নাম জানে জি জন
সি কৰে বিস্বাস অনুখন,
জিহেতুক আপোন আস্ৰিত লোক
নে খেদি গুচাই মনৰ সোক।

ন. স. ক.

## "তেঁও নিবেদন কৰি আছে।"

He maketh intercession for us.

কোৱা গৈছে, জে এস্কুলচ নামে গ্ৰিকৰ কবি এজনক প্ৰান দণ্ড কৰিবলৈ আগ্যা দিয়াত, তেঁওৰ জি জন ভায়েক, সদ্বক্তা আৰু বলৱন্ত আছিল, তেঁওকে তেঁওৰ হেতুৰ উত্তৰ লবলৈ মাতিলে। তেঁও কি কৰ, ইয়াকে সুনিবলৈ সুনা সমুহে অতি খেদেৰে একে ঠৰে চাই আছিল। পাচে জি এখন হাত তেঁও দেসৰ উপকাৰৰ কৰমত হেৰুআইছিল, অকল সেই হাতৰ গুৰি দাঙ্গি আৰু এটি কথাও ন কলে।

তাতে লোক সমুহে প্ৰসংসাৰ এৰাও কাৰলে, আৰু তেঁওৰ ভায়েক সেই কবিক খেমা কৰা হল। সেই কটা বোৱা বাহু সদ্বক্তা হৈ মন পোৱা কথাতকৈও অধিক সক্তিমন্ত ৰূপে কলে। এই ৰূপে যিচু আমাৰ মহা প্ৰধান পোৰোহিত হৈ, আমাৰ কাৰনে হাতত আৰু কোলত জি বৰচাৰ চিন পাইছিল, তাকে দেখাই, স্বৰগত আমাৰ নিমিত্তে প্ৰাৰ্থনা কৰি আছে, আৰু দুতবিলাকৰ সদ্বক্তাতকৈ তেঁও আমাৰ অৰ্থে এনে অধিক সক্তিমন্ত ৰূপে কৈছে।

তেঁওৰ জি পাঁচোটা ঘা
পাইছিল গুলগুল্তা থান,
নিবেদে প্ৰাৰ্থনা
সেই সকল মোৰ নিদান,
বোলে সদাই, খেমোক, খেমোক,
এই পাপি লোকৰ নিস্তাৰ হওক। ক



গছৰ ডালত ধৰি থকা এলেহুৱা পহু।

## [illegible] যাত্ৰা, ৭ আধ্যা[illegible] ।

The Pilgrim's Progress, Chapter 7.

[illegible] আৰু কাকো লগ [illegible] পালা নে!

বিশ্বাসি । হই, লাজ নামেৰে এটাক লগ পালোঁ; কিন্তু এই জাত্ৰাৰ মাজত জাক জাক পালোঁ, সকলোৰে ভিতৰত তাৰ নাম বিপৰিত দেখিচোঁ । কিয়নো আন আন লোকক কিছু কাৰন দেখালে, ন হই বোলাকো সিবিলাকে সহিব পাৰে; কিন্তু এই সাহসিক লাজে কেতিয়াও উত্তৰ দিবলৈ নেৰে ।

খ্রিষ্টিয়ান । কিয়? সি তোমাক নো কি কৈচিল?

বিশ্বাসি । সি কি কৈচিল, তাকে সুনা । প্ৰথমতে সি ধৰমৰ অহিতেই কথা কলে । সি বোলে, মানুহে ধৰম বিচৰা নিচেই অতি গৰিহিত নিচ কৰম হই; আৰু নম্ৰ মন হোৱা, সিও অমানুহৰহে কৰম । আৰু এই কালৰ সাহিয়াল লোকবিলাকৰ অহঙ্কাৰ বেৰহাৰত ৰতি, তাৰ পৰা মানুহে আপোনাক জে বিৰকতি কৰি ৰাখে, তাৰ দোআৰাই সকলোৰে আগত হাহিয়াতহে পাই । তাত বাজেও আৰু কলে, সক্তিমন্ত, ধনি, গিয়ানি লোকবিলাকৰ মাজত তোমাৰ মতত ভৰ দিয়া লোক অতি তাকৰ । আৰু জিবিলাকে গ্ৰহন কৰিচে, সিবিলাকক আগেএ অগিয়ানি ন কৰা হলে, আৰু জি বিসই কেৱে কেতিয়াও নে জানে, তাৰ অৰ্থে আপোন মনৰ সন্তোসেৰে সকলো সম্পত্তি হেৰোআৰ সঙ্কটত পেলাবলৈ মু ভুলুআ হলে, তেন্তে কেতিয়াও গ্ৰহন ন কৰিলেহেঁতেন । তাত বাহিৰেও কালে কালে জি আত্রিক লোক হৈচে, সিইত প্ৰাই সামান্য মুৰ্খ গৰিপ মানুহ, আৰু গিয়ান বিদ্যাতো সিখ্যা নো পোআ হৈ আচিলে । আৰু আন আন অনেক কথাৰ দোআৰাই মোক প্ৰাই নিৰুত্তৰ কৰি বুলিলে, ইস্বৰৰ কথা সুনন কৰোঁতে হমুনিয়াহ কাৰ্হি খেদ কৰি বহি থকা, আৰু পাচে ঘৰলৈ উভতি আহোঁতে নিস্বাস কাৰ্হি কৈকাই জোআ বৰ লাজৰ কথা । চুবুৰিয়াৰ আগত সৰু সৰু দাইৰ খেমা খোজা, আৰু কাৰ্হি লোআ বস্তু [illegible]টাই দিয়া, ইও লাজ । আৰু সি তাৰৰ লোকৰ পাপ সুন্দৰ সুন্দৰ নাম দি [illegible] এনে দাইৰ কাৰনে ধৰমে মানুহক বৰ লোকে লৈতে অচিনাকি কৰাই, আৰু অধম লোকক একে ধৰমৰ ভাগি হোআৰ কাৰনে আদৰ ৰূপে গ্ৰহন কৰাই, এইটো লাজ ন হই নে!

খ্রিষ্টিয়ান । পাচে তুমি তাত কি উত্তৰ কৰিলা?

বিশ্বাসি । উত্তৰ হলে প্ৰথমতে মই দিবলৈ একো কথা নে পালোঁ, আৰু মোৰ মুখলৈ তেজ জেন উটি বগা কৰে, সেই মানলৈকে লাজে মোক নিৰুত্তৰ কৰি প্ৰায়ে ঘটালে । সেসত মোৰ মনত এই কথা পৰিল, মানুহৰ মাজত জি প্ৰসংসিত হই, ইস্বৰে দেখাতে সি ঘিন লগা । আৰু মই ভাবিলোঁ, মানুহ কি, ইয়াকে লাজে মোক দেখাইচে, কিন্তু ইস্বৰ নো কেনে, তেঁওৰ বাক্যোই বা কেনে, তাৰ একো কথা ন কই । আৰু মহা সোধৰ দিনত এই সংসাৰৰ সাহিয়াল লোকৰ মতে আমাক মৰন বা জিৱন ভুগিবৰ আগ্যা দিয়া ন হব, কিন্তু সৰ্বোপৰি জনৰ গিয়ান আৰু বিধানৰ মতে দিয়া হব । এই ৰূপে মই বিবেচনা কৰি বুলিলোঁ, ইস্বৰে জিহকে ভাল বোলে, জগতৰ সকলো লোকে তাৰ বিৰোধ কৰিলেও, সেয়ে অৱস্যে ভাল হই । এই হেতুকে ইস্বৰে জদি আপোনাৰ ধৰম ভাল, আৰু নম্ৰ মনো ভাল বোলে, আৰু স্বৰগ ৰাজ্যৰ নিমিত্তে জিবিলাকে আপোনাকে অগিয়ানি বুলি মানে, সিবিলাক জদি সকলোতকৈ গিয়ানি আৰু জগতৰ মাজত সকলোতকৈ ডাঙৰ হই; জি জনে খ্রিষ্টক ঘিন কৰে, তেঁওক প্ৰেম কৰা দৰিদ্ৰ জনো তাতকৈ জদি ধনৱন্ত, তেন্তে হে লাজ, গুচি জা; তই মোৰ পৰিত্ৰানৰ সত্ৰু । মোৰ অধিকাৰ প্ৰভুৰ অহিত কৰি তোক কেনেকৈ ৰাখিম? তেনে কৰিলে তেঁও অহা কালত কেনেকৈ তেঁওৰ মুখলৈ চাম? তেঁওৰ পথ আৰু দাসবিলাকত জদি লাজ পাওঁ, তেন্তে তেঁওৰ আসিৰ্বাদ পাবলৈ কি আসা আচে? কিন্তু ভাই, সেই লাজ

বৰ সাহিয়াল দুৰ্জ্জন, তাক আঁতৰাই ঠেলি থব নোআৰিলোঁ। সি লাগি থাকি থৰম পথত পোআ জি দুখ, তাৰ কোনো কোনো কথা সদাই মোৰ কানত ফুচ ফুচ কৰে সুনাই। সেসত মই তাক কলোঁ, এই কথাত বাদ কৰিবলৈ আমাৰ আৰু প্ৰয়োজন নাই। কিয়নো তই জি জি কথা ইতিকিন্ন কৰ, সেইবিলাক মই বৰ মান্যৱস্ত দেখিচোঁ। এই ৰূপে সেসত বিৰক্তি কৰোআটক ঠেলি লগ এৰালোঁ। তাৰ লগ এৰাৰ পাচে এই গিত্ গান কৰিব ধৰিলোঁ।

স্বৰ্গিয় নিমন্ত্ৰন বানি
 সুনে জি জি লোক,
জাত্ৰা কৰে ভক্তি জানি,
 ভোগে নানা দুখ।

অনেক সত্ৰু দ্ৰোহ্ আচৰে,
 ভিতৰ আৰু বাজ,
দুষ্টগনে নিন্দা কৰে,
 ভদ্ৰু দিএ লাজ।

সবিলৰ দুৰ্ব্বলৰ কালে
 মেৰি পৰিস্যাই,
বেৰি থৰে চাৰিও ফালে,
 অপথে নিয়াই।

ঠেলি থলে আকও আহে
 ঘুৰি ঘনে ঘন,
তেন্তে পৰ দি উত্তম সাহে
 চলা জাত্ৰিগন।

খ্ৰিষ্টিয়ান। ভাই, তুমি এনে সাহেৰে সেই দুষ্ট জনক দমন কৰা সুনি মই বৰ আনন্দ পাইচোঁ। তুমি জি কথা কৈচা, সকলোৰে মাজত সি বিপৰিত নাম পালে, তাক মযো ভাবোঁ। কিয়নো সকলোৰে আগত আমাক লাজ দিবৰ নিমিত্তে, আৰু বিসেসকৈ জি উত্তম, তাৰ কাৰনে আমাক লাজ প্ৰোআবৰ নিমিত্তে বাজ বাটলৈকো আমাক খেদি খেদি আহে, তাৰ ইমান সাহ্। সি নিলাজ নোহোআ হলে এই দৰে কেতিয়াও ন কৰিলেহেঁতেন। কিন্তু আহা ভাই, তাক নিবাৰন কৰি থাকোঁহক; কিয়নো সি এইমান সাহ্ দেখালেও অগিয়ানিহঁতৰ বাহিৰে আন কাৰো জস ন কৰাই। এই কথাৰ প্ৰমান চিলোমোনেও লিখিচে; গিয়ানি লোক জসস্যাৰ অধিকাৰ হব; কিন্তু অগিয়ানি লোকৰ জসস্যাই কেৱল লাজ মাথোন হব।

বিশ্বাসি। জি জনে প্ৰিথিবিত সত্যাৰ কলিয়াকৈ আমাৰ সাহ্ বৰ্হাবৰ ইচা আচে, লাজৰ অহিতে উপকাৰ পাবৰ নিমিত্তে আমি তেঁও লৈ প্ৰাৰ্থনা কৰিব লাগে, এয়ে মোৰ মন।

খ্ৰিষ্টিয়ান। তুমি স্বৰূপ কৈচা; কিন্তু সেই থালত আন কাকো লগ নে পালা নে?

বিশ্বাসি। মই হলে নে পালোঁ; কিয়নো সেই থালৰ সেস ভোথৰত, আৰু ম্ৰিত্যুৰ চাঁয়াৰ থাল গোটেই থনতো বেলিৰ পহৰ পাইচিলোঁ।

খ্ৰিষ্টিয়ান। তেনে হলে তোমাৰ বৰ মঙ্গল হৈচিল, কিন্তু মোৰ হলে তেনে ন হল। প্ৰথমতে থাল সোমাঁওতেই আপলিওন নামেৰে অপবিত্ৰ অসুৰে সৈতে বহু বেলি মোৰ বৰ ভয়ানক জুধ হৈচিল; আৰু সি নিচয়ে মোৰ প্ৰান মাৰিব জেন বুলি ভাবিচিলোঁ। কিয়নো সি মোক আপোনাৰ তলত পেলাই একে বেলিএ গুৰি কৰিব খোজাৰ দৰে ভৰিৰে গচকিলে। মোক পেলাঁওতে হাতৰ পৰা তৰোআলো উফৰি গল; তেতিয়া সি বুলিলে, এতিয়া তোক মই পাম, ঠিককৈ জানিচোঁ। তাতে মই ইশ্বৰক প্ৰাৰ্থনা কৰাত, তেঁও মোৰ কথা সুনি, সকলো দুখৰ পৰা মোক উধাৰ কৰিলে। পাচে ক্ৰমেৰে গৈ ম্ৰিত্যুৰ চাঁয়াৰ থালত সোমালোঁ; তাৰ আদথনি মান বাট জাঁওতে একো পহৰ নে পালোঁ; তাতে অনেক বাৰ প্ৰান হেৰুআম বুলি জানিচিলোঁ। কিন্তু সেসত বাতিপুআই সুৰ্জ ওলাল; পাচে তাৰ সেস ভোথৰ আগতকৈ সান্ত ৰূপে কুসলেৰে আহিলোঁ।



## অম্বিকা, সৰ্ব্বেশ্বৰি, প্ৰমত্তসিংহৰ ৰুপ ।

Coins of Ombika, Horbeswori and Protap Singh.



Rupee of Queen Ombika, struck A. D. 1732.

শ্ৰী শ্ৰী শিৱ সিংহ নৃপ তদ্বল্লভ শ্ৰী মদম্বিকা দেবীনং। অৰ্থাত সিৱ সিংহ মহা ৰজাৰ প্ৰিয় শ্ৰীমতি অম্বিকা দেবি । সি ফালে, শ্ৰী শ্ৰী হৰ গৌৰী পদ পৰায়নস্য । শাকে ১৬৬৪, ভোগৰ বচৰ ১৯ ।



Rupee of Queen Ombika, coined at Rongpur, 1732.

জদ চিকা চো মাহ্ চুলতান সিৱ সিংহ বা আম্বিকা বেগম আলম পনা । অৰ্থাত চন্দ্ৰৰ নিচিনা এই টকা নৃপতি সিৱ সিংহে নৈতে প্ৰিথিৱি চাঁয়া কৰোঁতা অম্বিকা বানিএ মাৰিলে ।

মালুচ মইমানত জলুচ ১৯ চনে জৰ্বে ৰংপুৰ ১৬৫৪ । অৰ্থাত সুভাগ্য ভোগৰ বচৰ ১৯, ৰঙ্গপুৰত মৰা ৰুপ ।



Coin of Queen Ombika, struck A. D. 1733.

এই ৰুপ ওপৰৰটোৰ নিচিনা, আখৰ একে, ভোগৰ বচৰো একে, কিন্তু সঁক বেলেগ । ১৬৫৫ সঁকত মৰা হৈছিল ।



Half Rupee of Sib Singh, struck (1739) after Ombika's death.

শ্ৰী শ্ৰী শিৱ পদ পৰস্য । শ্ৰী শ্ৰী শিৱ সিংহস্য ২৪ । অৰ্থাত সিৱৰ চৰনত পৰি থাকোঁতা ৰজা সিৱ সিংহ ভোগৰ বচৰ ২৪ । তেতিয়া ৰজাৰ ভাৰ্জা নাই কিচিল ।



Quarter Rupee of Queen Horbeswori, struck A. D. 1739.

শ্ৰী শ্ৰী শিৱ সিংহ মহিপ তদ্বল্লভ শ্ৰী সৰ্ব্বেশ্বৰী মাং ২৫ ।



Rupee of Queen Horbeswori, struck A. D. 1743.

শ্ৰী শ্ৰী শিৱ সিংহ নৃপ তদ্বল্লভ শ্ৰী সৰ্ব্বেশ্বৰী দেবীনাং ৩০ । শ্ৰী শ্ৰী হৰ গৌৰী পদ পৰায়নানাং শাকে ১৬৬৫ ।



Rupee of Promot Singh, coined A. D. 1744.

ত্যাও চুনেংফা পিন থুন, অৰ্থাত মহা ৰজা হোআ প্ৰমত সিংহ । লাকনি কাত কেও অৰ্থাত সঁক ১৭, হিন্দু মতে ১৬৬৬ ।

সেঁা ফালে, কাও বই ফা লেংদন কাতু, অৰ্থাত স্বৰগৰ ইন্দ্ৰৰ নাম সেৱা কৰোঁ ।



Rupee of Promot Singh, coined A. D. 1746.

শ্ৰী শ্ৰী সৰ্গদেৱ প্ৰমত্ত সিংহ নৃপস্য শাকে ১৬৬৮ । শ্ৰী শ্ৰী হৰ গৌৰী চৰন কমল মধুকৰস্য; অৰ্থাত সিৱ দুৰ্গা চৰন ৰুপ পদুমত ভোমোৰাৰ ।



Quarter Rupee of Promot Singh, coined A. D. 1750.

শ্রী শ্রী প্রমত্ত সিংহ নৃপস্য শাকে ১৬৭২ ।

## বিস্রাম বাৰৰ কথা ।

Benefits of the Sab'ath.

বিস্রাম দিন পালন কৰাত ইশ্বৰৰ আশির্বাদ পোৱা এজনৰ কথা। “মই লৰা আছিলোঁ, এতিয়া বুৰা হলোঁ, কিন্তু ধৰমি লোকক তিয়াগ কৰা, নতুবা সিবিলাকৰ সন্তানক মাগি খোৱা কেতিয়াও দেখা নাই ।”

অনেক বছৰ হল, ইংলণ্ড দেসৰ বাথ নামে নগৰত নিবাস কৰা এজন নাপিতে ইশ্বৰৰ বিস্রাম বাৰতো আপোনাৰ কৰম কৰি থাকে। সেই ৰূপে সি এক দেওঁ বাৰৰ ৰাতি পুৱাই কোনো মানুহৰ মুৰ খুৰাবলৈ গৈছিল, এনে সময়ত বাটৰ কাষত এটা ইশ্বৰক ভজন কৰা নাম ঘৰ দেখি, তাৰ ভিতৰত সোমাল; সেই কালত তাত থকা উপদেসকে ধৰম সাস্ত্ৰৰ এই কথা উপদেস দিছিল, তোমোলাকে বিস্রাম দিনক পবিত্ৰ কৰিবলৈ সোঁৱৰা। নাপিতে সেই কথা সুনি মনে মনে ভাবিব ধৰিলে, বিস্রাম দিনত কাম কৰিলে ইশ্বৰৰ আগ্যা ভঙ্গ হই হবলা, ইয়াকে ভাবি অথিৰ মন হৈ আপোন কামলৈ গুচি গল। অলপ দিনৰ পাচত নাপিতে সেই কথাৰ আলচ লবৰ কাৰনে উপদেসকৰ ওচৰলৈ আহিল; তাতে উপদেসকে দেও বাৰত সংসাৰিক কৰম তিয়াগ কৰি কেৱল ইশ্বৰৰ আৰাধনা কৰিবলৈ নাপিতক আলচ দিলত নাপিতে উত্তৰ কৰি বুলিলে, এনে কৰিলে মই অতি বেগে দুখিয়া হম, কিয়নো এতিয়া মই অনেক ভদ্ৰ লোকৰ মুৰ খুৰাঁও, কিন্তু দেও বাৰত মুৰ খুৰাবলৈ ন গলে সকলোএ মোক এৰিব। উপদেসকে তাৰ মনৰ ভই গুচাবৰ হেতুকে তাৰ বিসয়ে অলপ কথা কৈ বিদাই কৰিলে।

পাচে নাপিতে উগুল থুগুল হৈ মনত এই ৰূপে থিৰ কৰিলে, দেও বাৰত সংসাৰিক কাম কৰা বৰ অনুচিত, এই নিমিত্তে এতিয়াৰ পৰা ইশ্বৰৰ সেৱা কৰিবৰ কাৰনে ইশ্বৰৰ ঘৰলৈ জাঁও; তাতে মোৰ হানি হলেও তেঁও কোনো ৰূপে পালন কৰিব। এই ৰূপে থিৰ কৰি সি প্রতি দেও বাৰে বিস্রাম কৰি ইশ্বৰৰ সেৱা কৰিবলৈ জাই, তাতে সি মনত ধৰমৰ সান্তনা পাব ধৰিলে। আৰু আগেয়ে জেনে ভাবিছিল, সেই ৰূপে ভদ্ৰ লোকবিলাকে তাক আৰু মুৰ খুৰাবলৈ নে মাতিলে, আৰু আন আন মানুহে তাক পৰম ধৰমি হৈছ বুলি নিন্দাও কৰিব ধৰিলে। আৰু আগতকৈ ক্রমে ক্রমে দুখিয়া হবলৈ ধৰি সৰু ঘৰত থাকি সামান্য লোকৰ মুৰ খুৰাবলৈ ধৰিলে। এনে দুৰ অৱস্থাৰ কালত এদিন সনি বাৰৰ গধুলি দুৰৰ পৰা এখান ৰথ আহি পালেহি। পাচে তাৰ এজন মুক্তিয়াৰে ইয়াত নাপিতৰ ঘৰ আছে নে, বুলি সোধাত বাটৰ অমুক ঠাইত আছে বুলি কলে। তাতে মুক্তিয়াৰে বেগতে নাপিতৰ ঘৰলৈ গৈ কলে, হে নাপিত, ৰথৰ ঘোঁৰা সলাঁওতে সলাঁওতে মোক খুৰাই দিয়া, কিয়নো কাইলৈ দেও বাৰ হোৱাত নাপিতৰ ঘৰলৈ গৈ মুৰ খুৰুৱা অনুচিত। এই ব [illegible]ত নাপিতে কান্দি কান্দি কলে, হে দেও, এ[illegible]ৰ হল, এই কাৰনে চাকি এটা কিনি আনিবৰ কাৰনে মোক এটি পইচা দিওক। সেই মানুহে নাপিতৰ ক্রন্দন দেখি পইচাটো দি মনত ভাবিব ধৰিলে, কি জানি এই নাপিতৰ কিবা আপদ হব পাই। এই কাৰনে তেঁও মুৰ খুৰাই নাপিতত কলে, তোমাৰ কিবা আপদ ঘটিচে নে? কিন্তু এতিয়া তাক সুনিবলৈ আহৰি নাই, এই নিমিত্তে এই এটকা ৰূপ লোৱা, পাচে মই ঘুৰি আহিলে তোমাৰ সকলো কথা সুনিম। কিন্তু এতিয়া এটা কথা সোধোঁ, তোমাৰ নাম কি? নাপিতে বিমই হৈ বুলিলে, মোৰ নাম উলিয়ম বিদ। তাতে মুক্তিয়াৰে কলে, তোমাৰ জনম ভুমি কত? তুমি পচিম দেসৰ পৰা আহিচা বুলি তোমাৰ কথাৰ সোঁৱাৰাই বুজিছোঁ। না-

পিতে বুলিলে, হয় দেও, মই টাণ্টন গাঁৱৰ ওচৰত থকা কিংষ্টন গাঁৱৰ পৰা আহিচোঁ। তাতে মুক্তিয়াৰে বুলিলে, তেন্তে তোমাৰ পিত্রিৰ নাম কি? সি বুলিলে, তমচ ৱিদ। পুনৰাই তেঁও সুধিলে, তোমাৰ পিত্রিৰ কোনো ভাই আচিল নে? সি কলে, হয় দেও, উলিয়ম নামে তেঁওৰ এজন ভায়েক আচিল, কিন্তু তেঁও বহু দিনৰ আগেয়ে বঙ্গাল দেসলৈ গল, তাৰ পৰা কোনো বাত্রা পোৱা নাই, এই নিমিত্তে ভাবিচোঁ, তেঁও কতুবাত মৰিব পাই। মুক্তিয়াৰে এই কথা সুনি উত্তৰ কৰিলে, জদি এয়ে হয়, তেন্তে তুমি মোৰ লগত আঁহা, কিয়নো বঙ্গাল দেসত তোমাৰ এই নামে এজনৰ ম্রিত্যু হৈচে, মই তেঁওৰ মুক্তিয়াৰ। এই হেতুকে তেঁওৰ সম্পত্তিৰ গৰাকিক বিচাৰি ফুৰিচোঁ। কিন্তু টাণ্টন নগৰৰ উলিয়ম নামে আৰু এজনক পাইচোঁ, এই নিমিত্তে তুমি মোৰ লগত গলে, দুয়োৰো মাজত কোন জন স্বৰূপ গৰাকি হব, তাৰ চই নিচই কৰি বুজিব পাৰিম। কিন্তু তুমি জি জি কথা কৈচা, সেয়ে স্বৰূপ হলে, তুমিএই তেঁওৰ সম্পত্তিৰ অধিকাৰ হবা। এই এই কথা কোৱা কুই কৰি সিবিলাক দুয়ো জনে ৰথত উঠি টাণ্টন নগৰ পালত সেই ধৰমি মুক্তিয়াৰে দুয়োৰো পৰিখা কৰি আগৰ উলিয়ম ৱিদক কেৱল প্রবঞ্চনা কৰা বুলি জানি দুখিয়া নাপিতকে সকলো সম্পত্তিৰ গৰাকি হোৱা থিৰ কৰিলে। পাচে সেই নাপিত সেই ধনৰ দোআৰাই দুখমই সাগৰৰ পৰা উধাৰ হৈ জিৱনৰ সেস কালত ইস্বৰৰ সেৱা ভক্তি কৰিবলৈ ধৰিলে। এই বিৱৰনৰ দোআৰাই জনা গৈচে, ইস্বৰৰ আগ্যা পালন কৰাতে দুৰ্দসাত পৰিলেও তেঁও তাৰ পৰা মুক্তি কৰে। সেই ৰূপে এই কথা পৰ্হা লোকেও কৰা, তাতে ইস্বৰৰ বিস্রাম দিন পালন কৰাত ইহ লোকত কেৱল সুখ পাবা, এনে ন হয়, কিন্তু পৰলোকতো জি অনন্ত বিস্রাম ইস্বৰে ধৰমি লোকলৈ ৰাখি থৈচে, সেই বিস্রামত সোমাই, ইহলোক পৰলোক দুয়ো কালৰ সুখ পাবা।

ন. ল. ক.

## লাৰ্ক নামে ভৰত চৰাই আৰু সহ থকা খেতিৰ কথা।

The Lark and the Reapers.

সহ পকি থকা এক খেতিত ভৰত পখিএ পোৱালি জগালে; জেতিয়া সেই চৰায়ে পোআলিবিলাকলৈ আহাৰ বিচাৰিবলৈ গল। জাওতে সিহঁতক কৈ গল, বোলে, মই নো হোআত এই ঠাইত কি ঘটে তাৰ ভু লবিহঁক। ইয়াঁকে সিহঁতক কৈ গৈ আহাৰ বিচাৰি আপোন বাহলৈ উলটি আহিলত, পোআলিবোৰে মাকক কলে, আজি এই খেতিৰ গৰাকি এই ঠাইত আহি চুবুৰিয়াবিলাকে জেন তাৰ সহ দাই দিব, এই কথা সিহঁতে কোআ মেলা কৰা আমি সুনিলোঁ। বাৰু, তেন্তে ইয়াত কিচু আপদৰ ভই নাই। পাচ দিনাও পোআলিবোৰে মাকক সেই কথাকে কলে, বোলে, গিৰিহত আহি আগেয়ে কোআৰ দৰে চুবুৰিয়াবিলাকক আকও কৈচিল। ভাল, ভাল, তেন্তে আমালৈ একো আপদৰ সঙ্কা নাই, এই দৰে কৈ মাইকিটো আকও আগৰ দৰে আহাৰ বিচাৰিবলৈ গল। কিন্তু ত্রিতিয় দিনা পোআলিবোৰে গিৰিহতক কোআ সুনিলে, জে সেই গিৰি আৰু তাৰ লৰাই আপুনি গাই আহি সহ দাব, মাক আহিলত পোআলিবোৰে ইয়াকে জনালে। মাকে কলে, বোলে, তেন্তে আমি এতিয়া ভালকৈ সাৱধান কৰিব লাগে। কাৰন, মই মিত্রিৰ আৰু চুবুৰিয়াবিলাকক ভই ন কৰোঁ; কিন্তু গিৰিহতক মই ভই কৰোঁ। মই স্বৰূপকৈ জানোঁ, সি তাৰ কথাৰ দৰে কৰিব, কিয়নো সেয়ে তাৰ আপোনাৰ সুকিয়া কৰম।

ৰ. ন.



ঘিচা মাচৰ নক্সা।

## জান এলিয়ত চাহাবৰ বিবৰন ।

John Elliot, the Apostle to the Indians.

আমেৰিকাৰ আদি বাসি লোকলৈ প্ৰথম পা-ঠনি এলিয়ত চাহাবৰ সংখেপ বিবৰন নগাঁৱৰ পৰা লিখি পঠাইচে ।

ইংৰাজি ১৬০৪ সঁকত জান এলিয়ত ইংলণ্ড দেসত জনম পালে । তেঁওৰ পিত্ৰি মাত্ৰিপ মাৰ্থিক লোক হৈ, আপোনাৰ পুত্ৰেকক সৰুতে ইস্বৰক ভই কৰিবলৈ সিকালে । জেতিয়া বৰসিয়া হল, তেতিয়া আপুনি প্ৰচাৰক হবলৈ জুগুত হৈ, আমেৰিকা দেসলৈ গল। আৰু তাতে বষ্টনৰ ওচৰ দৰচন্তৰ নামে এখন গাঁৱত সুভ বাত্ৰা কিৰ্ত্তন কৰিলে; তেতিয়া সেই দেসত ইংলণ্ড লোকতকৈ আদি বাসি লোক সৰ ; কিন্তু সিবিলাকে স্বৰুপ ইস্বৰক নে জানে, আৰু য়িচু খ্ৰিষ্টৰ নামো নু সুনিলে । ধৰম সাত্ৰ সিবিলাকৰ ভাসাত্তে লিখা নাচিল । পাচে সিহঁতৰ কৰম এলিয়তে দেখি বৰ অসন্তোস পালে, আৰু জি ত্ৰান কৰ্ত্তা এই জগতৰ নিমিত্তে প্ৰান উচৰ্গা কৰিলে, তেঁওক জনাবলৈ বৰ বাঞ্চা কৰি সিহঁতৰ ভাসা জানিবলৈ অনেক কষ্টৰ সিকি সিবিলাকক সিকাবৰ জোগ্য হল । পাচে ৰজা আৰু পোৰোহিত সকলে সুনিবলৈ প্ৰথমতে ভাল নে পাই, তেঁওত কলে, বোলে, আমাৰ মাজলৈ আঁহা জদি, তোমাৰ প্ৰান দণ্ড কৰা জাব । তথাপি তেঁও ভই ন কৰি সিবিলাকত কলে, মহা পৰম ইস্বৰৰ বিসই কৰিচোঁ, আৰু তেঁও মোৰ লগত আচে, এতেকে এই দেসত থকা ৰজাবিলাকলৈ ভই ন কৰোঁ। কিয়নো ইস্বৰ জে লগত হৈ তেঁওক আসিৰ্বাদ কৰিচিল, ইয়াৰ বহুত বৰ প্ৰমান আচে :

এলিয়তে আপোনাৰ অনেক সুমকো নে মানি খতি ন কৰাকৈ দুখিয়া আৰু অগিয়ানি লোকক মৰম কৰি সিকাবলৈ জতন কৰিলে । তেঁও আপোনাৰ ভাৰ্জ্যালৈ এখন পত্ৰত লিখিচে, বোলে, তিনি দিনৰ পৰা মোৰ গাৰ কাপৰ কানি সুকুৱা নাই, কিয়নো ইমান বেলিলৈকে বা বৰখুন হোৱাতেও ফুৰিচিলোঁ; ৰাতি হলে জোঁতা মেলি, মোজা মোচাৰি থৈ, ৰাতি পুৱা হলে আকও পিন্ধি ফুৰিবলৈ বাট বুলি গলোঁ, কিন্তু ইস্বৰ মোৰ সহাই হৈচে ।

১৬৬৩ সঁকত আদি বাসি ভাসাত ধৰম সাত্ৰ তৰ্জমা কৰি চাঁপিলে; পাচে এলিয়তৰ উপদেসৰ দোৱাৰাই য়িচু খ্ৰিষ্টত ভালেমান লোকে আসুই লৈ সকলোএ প্ৰেম কৰি পিত্ৰি বুলি মানিলে । জেতিয়া ফিলিপ নামে সিহঁতৰ এজন বৰ চোকা ৰজাই ইংৰাজি লোকে সৈতে জুধ লগোৱা দেখি তেঁও ধৰমি মানুহ হৈ, বৰ অসন্তোস পাই দুই দলক মিলাবলৈ অনেক জতন কৰিলে; সেই লোকক এনে প্ৰিতি কৰিচিল, জে সিবিলাকৰ নিমিত্তে বাৰ খন গাঁও পাতিবলৈ উপকাৰ কৰিলে; ৰনৰ পাচত কেৱল চাৰিখন গাঁও মাথোন থাকিল; তথাপি সেই ভঙ্গা গাঁও আকও সজা হল; আৰু সুভ বাত্ৰা কিৰ্ত্তন কৰিলে । জেতিয়া ৮২ বচৰ বয়সিয়া হলত তেঁওৰ ভাৰ্জ্যা স্বৰ্গি হল। আৰু তিনি কুৰিতকৈ অধিক বচৰত বিয়া হৈ তাইৰ মৰনত তেঁও অনেক সোক পালে; কিয়নো ইমান বয়স হৈও কুজা আৰু দ্ৰিষ্টি হিন ন হৈ প্ৰিয় লোকক চাবলৈ টেগ থাকিচিল । পাচে সিবিলাকে বোলে, আমাৰ পিত্ৰি ওপৰৰ টাইলৈ সোন কালে জাব বুলি জানিচোঁ, এই কাৰন প্ৰতি জনে উপদেস দিয়াৰ সমই জে সেস সমই বুলি ভই কৰি তেঁওৰ কথা সুনিবলৈ চাৰিও ফালে চেপা চেপিকৈ ধৰিচিলে । জেতিয়া ৮৬ বচৰ বয়স হলত জৰ হৈ নৰিয়া পৰিল; সেয়ে তেঁওৰ প্ৰথম ৰোগ । আৰু বেদনা অতি টান হেন দেখি তেঁও কৈচে, ক্লান্ত হোৱা মানুহলৈ সয়ন জেনে, তেনে মোলৈ মৰন । সেসলৈকে ত্ৰান কৰ্ত্তা তেঁওৰ লগত আচিল, আৰু জই জুক্ত আনন্দ মনেৰে আপোনাৰ প্ৰান এৰিলে । সেই আদি বাসি লোকে তেঁওৰ মৰনত অনেক দিনলৈকে সন্তাপ কৰিচিলে । এই হেতুকে তেঁওৰ এতিয়ালৈকে আদি বাসি লোকৰ পাচনি খিয়াতি প্ৰকাস হল ।

## পৰিয়ালৰ সাসন ।

**Family Government.**

পিত্ৰি মাত্ৰি সকলে আপোন সন্তান সাসন কৰা কথাত তলত লিখা বিবৰনত উত্তম আৰ্হি পাব বুলি আমি ভাবিচোঁ ।

ইংলণ্ড দেসৰ জুব ৰাজ, জাৰ বয়স প্ৰাই বাৰে বচৰ, তেঁও এদিন ৰাজ ঘৰত তেঁওৰ খোঁটালিৰ খিলিকি দুআৰ, জাৰ আৰ্চি মাটিলৈকে দিয়া হৈচিল, তাৰ ওচৰতে থিয় হৈ আচিল । তেঁওৰ সিকিব লগা পাঠ আচিল, কিন্তু তাকে ন কৰি বাহিৰত থকা বাগিচালৈ চাই, আপোনাকে সন্তোস কৰাইচিল, আৰু তেঁও আঙুলিৰে খিলিকি দুআৰত উমলি উমলি আচিল । মিচ হিলেৰি নামেৰে তেঁওৰ অধিকাৰিনি স্বৰুপ আৰু ধৰমি মানুহ, তেঁও তাকে দেখি পাঠ সিকিবলৈ মৰমেৰে কলে; তেতিয়া সেই জুব ৰাজে কলে, মোৰ ইচা নাই । মিচ হিলেৰিএ কলে, মই তোমাক চুকত থিয়কৈ থম । তাতে সৰু লৰাটোএ দ্ৰিঢ়কৈ কলে, মই নি সিকোঁ, কাৰন মই জুবৰাজ, ইয়াকে কৈ পাচে খিলিকি দুআৰৰ এখন আৰ্চি লাখি মাৰি ভাঙিলে । ইয়াতে মিচ হিলেৰিএ তেঁওৰ আসনৰ পৰা নামি কলে, তুমি সিকিব লাগে, আৰু নাইবা মই চুকত থিয়কৈ থম । মই ন কৰোঁ, ইয়াকে কৈ দুতিয় আৰ্চিও ভাঙিলে । তেতিয়া অধিকাৰিনিএ টিলিঙ্গা বজালে, তাতে জি চাকৰ আহিল তেঁও প্ৰিঞ্চ আলবৰ্ত্তৰ আগত কৰলৈ কলে, আৰু তেঁওৰ পুত্ৰৰ প্ৰধান কথাত দেখা দিবলৈ নিবেদন কৰিলে । দায়াজু পিত্ৰি তেতিয়াই আহিল, আৰু কি হৈচিল সকলোকে সুনি, পাচে তেঁও আপোনাৰ সৰু পুত্ৰৰ কাললৈ চাই কাওচলৈ দেখুআই কলে, তাতে বহ, আৰু মই নাহোঁ মানে তাতে থাক । তেতিয়া প্ৰিঞ্চ আলবৰ্তে আপোনাৰ খোঁটালিলৈ গৈ এটা ধৰম পুথি আনিলে, আৰু জুবৰাজক কলে, ধৰমি পৌল পাচনিএ তোমালৈ আৰু তোমাৰ নিচিনা আন আন সন্তানবিলাকলৈ জি কৈচে এতিয়া তাক মন দি সুনা । ইয়াৰ পাচে তেঁও গলাতিয়াৰ ৪ আধ্যা ১ পদ পঢ়িলে; "মই এই কথা কৈচোঁ, অধিকাৰি পুত্ৰ জেতে দিন বয়সিয়া ন হই তেতে দিন, সকলোৰে গৰাকি হলেও তেঁওত আৰু বন্দিত একে ভেদ নাই ।" প্ৰিঞ্চ আলবৰ্তে কলে, এৱ স্বৰুপ, তুমি কোঁৱৰ, আৰু জদি তুমি উচিত ৰুপে আচৰন কৰা, তেন্তে প্ৰধান বিলয়ৰ মানুহ হবা, আৰু তোমাৰ মাত্ৰিৰ মৰনৰ পাচে ইংলণ্ডৰ ৰজা হব পাৰিবা । কিন্তু এতিয়া তুমি সৰু লৰা, তোমাৰ সিখ্যক আৰু অধিকাৰক মানিব লাগে । তাত বাজে মই তোমাক গিয়ানি চিলোমোন ৰজাৰ আন এটা কথাৰে দ্ৰিঢ়কৈ বুজাব লাগে । হিতোপদেস ১৩ আধ্যা ২৪ পদ, "জি কোনোএ আপোনাৰ পুত্ৰক সাস্তি নি দিএ সি তাক ঘিন কৰে, কিন্তু জি জনে চেনেহ কৰে, সি তাক উচিত সময়ত সাস্তি দিএ ।" এনেতে পিত্ৰিএ এতাল আচাৰি লৈ সেই আটাইতকৈ প্ৰধান ৰাজ্যৰ আগালৈ অধিকাৰক কোব লগাই খোঁটালিৰ চুকত থিয় কৰি কলে, বহিৰলৈ মিচ হিলেৰিএ তোক চুটি নি দিএ মানলৈকে ইয়াতে থাক, আৰু পাঠ সিকিবি । তই সিখ্যক আৰু অধিকাৰে তলত আচ বুলি কেতিয়াও নে পাহৰিবি, আৰু ইয়াৰ পাচে তুমি ইশ্বৰে দিয়া বিধানৰ অধিনত হবা । এই উত্তম নিতিৰ দৰে সৰু ধৰ সকলো লোকৰ জাৰ সন্তান আচে, সিবিলাকে এনে আৰ্হিৰে কৰোআ উত্তম । দ. ক.



আমেৰিকা দেসৰ ৰবিন, অৰ্থাত সালিকা ।

## স্বকাৰ্য্য আৰু স্বনির্ভৰ ।

Self Dependence.

সৃষ্টিৰ কৰ্ত্তা জগত ইশ্বৰৰ অভিপ্ৰাই এই, জন প্ৰতি জন মানুহে এই জগতত আপুনিএই আপোনাৰ জিবিকা আৰু উনতিলৈ নিৰ্ভৰ ৰাখিব লাগে। পৰম ইশ্বৰৰ এই অভিপ্ৰাই ন হই জেন আমি আহাৰ, বস্ত্ৰ, বা আন কোনো বাঞ্ছিত বস্তু পাবলৈ লোকত আসা পালি থাকিব লাগে; সেই সেই বস্তু পাবলৈ আমি আপোনাক আটায়ে নিজে নিজে আহবান কৰা হৈচোঁ। অন্য মতে পাব পৰা হোআতকৈ উক্ত মতে অতি স্বৰুপাকৈ প্ৰতি জন মানুহে গাই গাই দুখৰ উপসম আৰু ভৰন পোসন আদি পাব পাৰে।

জেকা লোক সকলে লোকৰ পৰা সুস্ৰুসা পোআ তাকে প্ৰধান ৰুপে সাৰথিকৈ মানি সহজ হব নে লাগে. কিন্তু পৰাপখ্যত সাধ্য থাকে মানে সিবিলাকে তাক আপুনি গাই গাই কৰিবলৈ সহজ কৰিব লাগে। সিবিলাকে আপুনি আপোন হাতে বস্ত্ৰ পিন্ধিবলৈ, মুখ হাত ধুবলৈ, ভোজন কৰিবলৈ, সিকিব লাগে; এনে আসা কৰিব নে লাগে জেন সিবিলাকৰ পিতি মাত্ৰিএ, নাইবা বন্দি বেটিএ সিবিলাকক সদাই সেই সকলো কাম কৰি দিব। সিবিলাকে পঢ়িব শিখিব, আৰু গনন কৰিবলৈ সিকিব লাগে, আৰু গিয়ানেৰে আপোন আপোন মন ভৰাব লাগে, জাৰে সিবিলাকে এই জগতত আপোন আপোন জিবিকা আৰ্জি সুখে থাকিব পাৰে। আৰু সিবিলাকে পৰাপখ্যত উচিত সময়ত সিল্প বিদ্যা, বানিজ্য, বা আন কোনো বেৱসাই কৰম কৰিবলৈকো সিকিব লাগে, জি সিবিলাকৰ জিৱনৰ দিনৰ সেসলৈকে থাকিব। জিমান অধিককৈ সিবিলাকে গাই গাই স্ৰম কৰি কাম কৰিব, তিমান অধিককৈ সিবিলাকে আপোন আপোন স্ৰমেৰে জিবিকা পাই থাকিব পাৰিব, আৰু তিমান অধিককৈ লোকৰ পৰা মৰ্য্যতা আৰু প্ৰসংসাও পাব; আৰু লোকে ভালো পাব।

বিবেচনাত এই আছে, জাৰ স্ৰম কৰিবলৈ হাত, চিন্তা কৰিবলৈ মন আছে, সি জদি অ. লাহিয়া মতে থাকি, লোকে দুখ কৰি আপোনাৰ সুখলৈ জি আৰ্জে কেৱল তালৈ চাই থাকে, তেন্তে এয়ে কেনে লাজৰ কথা। সি জদি আপুনিও সেই ৰুপে কৰে, তেন্তে সি জানো আপুনিও সেই ৰুপে সুখ ভোগ কৰিব নোআৰে? লোকে বন কৰি দিয়াত আমাৰ জিমান প্ৰতিতি হই, আমি আপুনি নিজে কৰাত তাতকৈও অধিককৈ প্ৰতিতি হই আৰু ভালকৈ কৰোঁ। জি কৰম আমি আপুনি কৰিব পাৰোঁ, তাক লোকক কৰিবলৈ কেতিয়াও দিব নে লাগে। ৰ. ন.

## নির্ভোল আৰম্ভ কৰা ।

Begin right.

তোমাৰ জদি কোনো এক কৰম কৰিবলৈ আছে, তেন্তে উচিত ৰুপে কৰিবলৈ সাৱধান হবা, নতুবা, তাকে খণ্ডা খণ্ডকৈ লৈ পুনৰাই আকও কৰিবা, তুমি জদি কোনো এক জাত্ৰা কৰিচা, প্ৰথমে স্বৰুপ পথ পাবলৈ সাৱধান হবা; কাৰন তুমি জদি ভুলকৈ জাত্ৰা কৰা, তেনে হলে পথৰ পৰা সদাই ক্ৰমে ক্ৰমে আঁতৰ হৈ জাবা।

আয়ুস এক প্ৰকাৰ জাত্ৰা, আৰু সেই জাত্ৰাত তুমি এতিয়া আৰম্ভ কৰিচা। মই তোমাৰ দৰে তুমি জদি ভুল ৰুপে জাত্ৰা কৰা, তেন্তে সদাই সজ পথৰ পৰা আঁতৰি জাবা। আয়ুসৰ সেসলৈকে তোমাৰ কৰম দিয়া হৈছে কিন্তু এই কৰম তুমি জদি ভুলকৈ আৰম্ভ কৰা তেনে হলে হেৰোআতকৈও তোমাৰ সকলো স্ৰম বিফল হব। তুমি পুনৰাই কৰিবা, অকল এনে ন হই, কিন্তু জি কৰিলা তাকো ভাঙিব লাগে।

"মই কি ৰুপে উচিত আৰম্ভ কৰিম," তুমি ইয়াকে মোত সুধিচা নে? মানুহৰ মাজত আটাইতকৈ গিয়ানি এজনে কৈচে, প্ৰভুলৈ ভয়েই গিয়ানৰ আৰম্ভ। আৰু সেই ভয়েই ধৰম। তোমাৰ আয়ুসৰ সকলো কৰমতকৈ প্ৰধান আৰু প্ৰথম কৰম ইশ্বৰক বিচাৰ কৰা, আৰু তেঁওক ভজনা কৰা, এয়েই উচিত পথৰ আৰম্ভ, আৰু এয়ে হলে সেসত সকলো ভাল হব। ক.



## আমেৰিকা দেসৰ পেৰু চৰাই।

The American Wild Turkey.

পেৰু চৰাই ১৮২১ সঁকত ইংলণ্ড দেসলৈ আনিলে। আগেএ কেৱল আমেৰিকা দেসত আছিল। পাচে ইস্পানিয়া দেসলৈ নিলত, তাৰ পৰা কোনো তুৰুকি জাহাজে ইংলণ্ডলৈ নিলে। তুৰ্কিৰ পৰা অনা জানি তাৰ তুৰ্কি চৰাই নাম দিলে।

পেৰুৰ পোআলি কোমল, গাত বৰষুন পৰিলেই বেগতে মৰে। আমেৰিকা দেসৰ হাবি ঠাইত জাকে জাকে পৰি থাকে। ফেবৰুআৰি আৰু মাৰ্চ মাহত মাইকিবোৰ পাবৰ নিমিত্তে আটাই মতাবোৰে জুধ কৰি কৰি থাকে; জিটোএ জিকে সি আন মতাক খেদাই ১০ বা ২০কৈ মাইকিবোৰ ৰাখে। এপ্ৰিল মাহত জেতিয়া মাইকিবোৰে কনি পাৰিবলৈ ধৰে, তেতিয়া মতাই ভাঙে বা কাটৰিএ খাই বুলি, সিহঁতে কনিবোৰ পৰি থকা কাঠৰ তলত জেন্ন জাবৰ দি লুকাই থই। আৰু ই জনিএ সি জনিৰ সহাই হবৰ নিমিত্তে তিনি চাৰি জনিএ ওচৰা উচৰিকৈ বাহ লই। পোআলি জগিলে এপস মানলৈ বৰ ভালকৈ ৰাখে। সেইমান দিনৰ মূৰত সিহঁতে উৰি গচত উঠিব পৰা হই। পাচে চেপ্তেম্বৰ অক্তোবৰত মাইকি, মতা, পোআলিএ সৈতে স চাৰেক গোট খাই জাক পাতি কিছু গৰম ঠাই পাবৰ নিমিত্তে দখিন দেসলৈ বচৰে বচৰে জাই।

## বালিনৰ আখ্যান।

The Pathan Dynasty—Sultan Balin

বালিনৰ বৰ পুতেকে তেঁও দিলিলৈ অহাৰ বাত্ৰা শুনি তেঁওক আগ বঢ়াবলৈ আহিল। তিনি মাহৰ মূৰত মগলবিলাকে মুলতান দেস আক্ৰমন কৰিছে বুলি বাত্ৰা আহিল; তাতে তেঁওৰ বৰ পুতেক মহম্মদ সিহঁতে সৈতে ৰন কৰিবলৈ জুগুত হল। কিন্তু বিদাই হোআৰ আগেএ বাপেকে মনত ভাবিলে, বোলে, ইমাক

পুনৰাই দেখা পোৱা অতি টান হব। এই হেতুকে এক নিৰ্জান খোঁটালিলৈ আপোনাৰ পুতেকক মাতি পুৰুপালি ভাবে বাদস্যাৰ বিচিনা হবলৈ গ্ৰিচ ৰূপে তেঁওক সু পৰামৰ্স দিলে।

Timur invades Hindustan.

বাদস্যাৰ সেই পুতেকে তেতিয়াই সত্ৰুবোৰৰ নিমিত্তে গমন কৰিলে, আৰু মগলবিলাকৰ অধিকাৰ মহমদক পৰাজই কৰি বধ কৰিলে, আৰু তেঁও জি দেস আক্ৰমনৰ দোআৰাই আপোনাৰ কৰি লৈচিল, তাকো ৰখ্যা কৰি ললে। অমিচ খাঁৰ বৰহ্ অৰ্থাত সেই কালত থকা অতি খ্যিয়াতিমন্ত তিমুৰ বাদস্যাই আপোনাৰ মিত্ৰ মহমদৰ মৰনৰ প্ৰতিফল দিবৰ হেতুকে কুৰি হেজাৰ ঘোঁৰা চিপাহি লৈ হিন্দুস্থানত সোমাল ভাতে দুয়ো কালৰ সৈন্য সাৰি সাৰি হৈ থিয় হৈ আচিল, পাচত তিনি ঘন্টালৈকে অতি ঘোৰ জুধ হল। কিন্তু মগলবিলাক পৰাজই হল, আৰু মহমদে সিইঁতৰ পাচত লৰি লৰি পথাৰৰ মাজত পাঁচ স সেনা লৈ এক ঠাইত পানি পাবৰ কাৰনে খন্তেক মান জিৰালে, আৰু সেই ঠাইতে আপুনি জই হোআৰ কাৰনে ইস্বৰক স্তুতি কৰিবলৈ ধৰিলে। এনে সময়তে এজন মগলে দুই হেজাৰ সেনাই সৈতে ওচৰত থকা এক হাবিত লুকাই আচিল; সি অকস্মাতে বাহিৰ ওলাই আহি মহমদৰ ওপৰত আক্ৰমন কৰি সৈন্য কাটিবলৈ ধৰিলে। মহমদে অকল ঘোঁৰাত উঠিবলৈহে আজৰি পাই আপোনাৰ অলপ সেনাকে লৈ আপোনাৰ কিৰ্ত্তিৰ দোআৰাই সিবিলাকৰ মনত সাহ জনমাই সত্ৰুৰ ওপৰত পৰিল।

Mahommed, son of Balin, slain.

তিনি বাৰ সিইঁতক পৰাজই কৰিলে, পাচে তেঁওৰ বুকুত এপাট কাঁৰ লাগিলত মহমদে মাটিত ধৰি প্ৰান তিয়াগ কৰিলে। তেঁওৰ মৰনত উজিৰৰ পৰা সেনালৈকে কাৰো চকুৰ লোতক নোলেআকৈ নে থাকিল। তেতিয়া এই আপদৰ বাত্ৰা চাৰি কুৰি বচৰ বয়সিয়া বুঢ়া বাদস্যাৰ কানত পৰিল, তেতিয়া তেঁও আপোনাৰ জিৱনত অতি বিৰক্তি হল।

Balin appoints Khosro his Successor.

তেঁওৰ অলপ সোক গুচিলত বঙ্গাল দেসৰ পৰা আপোনাৰ পুত্ৰ কিৰাক অনোআলে, আৰু সকলোৰে অধিকাৰি পাতি মৰনলৈকে দিলিত থাকিবলৈ তেঁওক আগ্যা কৰিলে। ইয়াতে কিৰাই সম্মত হল, কিন্তু অলপ কালৰ পাচত তেতিয়া বাপেকৰ একো বিঘিনি হোআ নে দেখিলে, তেতিয়া তেঁও বাপেকত ন জনোআকৈএ বঙ্গাল দেসলৈ গল। বাদস্যাই পুতেকৰ এনে অধৰম কৰম দেখি অতিসই দুখৰ সাগৰত মগ্ন হল, আৰু মুলতানৰ পৰা আপোনাৰ নাতিএক খোস্ৰোক মতোআলে, তাতে নাতিএকে অতি সিঘ্ৰে আহি বাদস্যাৰ ওচৰ পালেহি। পাচে বাদস্যাই ওমৰবিলাকক একে লগ কৰি কিৰাৰ বদলি তেঁওক ৰাজ কৰমত নিজোজন কৰিলে। আৰু সকলো ওমৰাবিলাকে বাদস্যাৰ সেই বাক্য থিৰে ৰাখিম বুলি বাদস্যাৰ আগত অঙ্গিকাৰ কৰিলে। অনেক দিনৰ পাচত একুৰি দুই বচৰ ৰাজ্য ভোগ কৰি ১২৮৬ সঁকত বালিন বাদস্যা ম্ৰিত্যু হল।

The Nobles elect Kaikobad, son of Kera.

তেঁও মৰিলতে দিলি নগৰৰ প্ৰধান অধিকাৰ মালিকে ওমৰা লোকক গোটাই কলে, বোলে, খোস্ৰো অতি জৌবন আৰু ধৌৰ্জ নাই কিয়া আৰু উগ্ৰ স্বভাও, এই হেতুকে মোৰ গিয়ানত তেঁও ৰাজ কৰমলৈ অজোগ্য। আৰু কলে, বোলে, ৰাজ্যৰ নিমিত্তে কিৰাৰ অধিক পৰাক্ৰমি, এই কাৰনে তেঁওৰ সন্নি আনক ৰাজ্য দিলে জুধ ওলাব। এই নিমিত্তে তেঁও এই বুধি দিলে, এতিয়া কিৰা ইয়াত ন থকাত তেঁওৰ পুত্ৰ কৈকোবাদৰ অতি নম্ৰ স্বভাও, আৰু তেঁও ইয়াত আচে দেখি তেঁওকে ৰাজ্য দিয়া হওক। উজিৰৰ মনত এনে ইচা হোআত সকলোএ সেই কথাতে অনুমতি দিলে, আৰু খোস্ৰোএ আপোন প্ৰান ৰাখিবৰ নিমিত্তে পলাই আপোনাৰ আগৰ অধিকাৰ লাহোৰলৈ গল।

ন. ল. ফ.

## ইংলণ্ড আৰু স্কটলণ্ড দেসৰ মানুহৰ সংখ্যা ।

Census of Great Britain.

| চঁক | মতা | তাইকি | মুঠ |
|---|---|---|---|
| ১৮০১ | ৫৩,৬৮,৭০৩ | ৫৫,৪৮,৭৩০ | ১,০৯,১৭,৪৩৩ |
| ১৮১১ | ৬১,১১,২৬১ | ৬৩,১২,৫৫৯ | ১,২৪,২৪,১২০ |
| ১৮২১ | ৭০,৯৬,০৫৩ | ৭৩,০৬,৫৯০ | ১,৪৪,০২,৬৪৩ |
| ১৮৩১ | ৮১,৩৮,৪৪৫ | ৮৪,৩০,৬৯২ | ১,৬৫,৬৪,১৩৮ |
| ১৮৪১ | ৯২,৩২,৪১৮ | ৯৫,৮১,৩৬৮ | ১,৮৮,১৩,৭৮৫ |
| ১৮৫১ | ১,০৩,৮৬,০৪৮ | ১,০৭,৩৫,৯১৯ | ২,১১,২১,৯৬৭ |

## প্ৰথমৰে পৰা অৰুনোদই লোআৰ সংখ্যা ।

Circulation of the Orunudoi, from 1846 to 1854.

| | ১৮৪৬ | ১৮৪৭ | ১৮৪৮ | ১৮৪৯ | ১৮৫০ | ১৮৫১ | ১৮৫২ | ১৮৫৩ | ১৮৫৪ |
|---|---|---|---|---|---|---|---|---|---|
| **বিদেসি চাহাব লোক** | | | | | | | | | |
| সিৱসাগৰ | ১৯ | ১৯ | ১৯ | ১৯ | ২৭ | ২৭ | ২৫ | ২৫ | ২৫ |
| নাজিৰা | ১ | ১ | ০ | ১০ | ১০ | ১০ | ১০ | ১০ | ১৫ |
| লখিমপুৰ | ৫ | ৫ | ৫ | ৫ | ৫ | ৫ | ২ | ২ | ২ |
| ডিব্ৰুগৰ | ২০ | ২১ | ২৪ | ২৩ | ৩৯ | ৩৯ | ২৯ | ৪৪ | ৩২ |
| জইপুৰ | ২৩ | ১৮ | ৮ | ০ | ০ | ০ | ০ | ০ | ০ |
| চইখোআ | ০ | ১০ | ১০ | ১০ | ১০ | ১০ | ১০ | ১০ | ১২ |
| গোলাঘাট | ২ | ২ | ২ | ২ | ২ | ২ | ২ | ২ | ২ |
| তেজপুৰ | ৪৪ | ৪৪ | ৫৩ | ২৯ | ৪০ | ৪১ | ৪০ | ১৬ | ৭ |
| মঙ্গলদৈ | ১০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ |
| নগাঁও | ১০ | ৮ | ৬ | ৬ | ৬ | ৬ | ৬ | ৭ | ৭ |
| গুআহাটি | ৭৪ | ৭৪ | ৬৫ | ৬৪ | ৭৪ | ৭৬ | ৬২ | ৫১ | ৫৬ |
| গোআলপাৰা | ৫ | ৫ | ৩ | ০ | ০ | ০ | ০ | ০ | ০ |
| মুঠে | ২১৩ | ২০৭ | ১৯৫ | ১৬৮ | ২১৩ | ২১৬ | ১৮৬ | ১৬৭ | ১৫৮ |
| **এই দেসি লোক** | | | | | | | | | |
| সিৱসাগৰ | ৪৪ | ৪৪ | ৩৫ | ৩৮ | ৪২ | ৪৯ | ৩৪ | ৪০ | ৪৭ |
| নাজিৰা | | | | | | | | ১ | ২ |
| জোৰহাট | ১ | ১ | ৩ | ৩ | ৪ | ৫ | ৬ | ৭ | ৭ |
| লখিমপুৰ | ২৩ | ২৩ | ০ | ০ | ০ | ০ | ০ | ০ | ০ |
| ডিব্ৰুগৰ | ১৬ | ২৪ | ২ | ৪ | ৪ | ৪ | ৪ | ৩ | ৫ |
| গোলাঘাট | ১৩ | ১৩ | ৯ | ৯ | ৯ | ৯ | ৯ | ১১ | ১১ |
| তেজপুৰ | ৩১ | ২৮ | ১১ | ৩ | ২৪ | ২৫ | ২৫ | ৭ | ৭ |
| মঙ্গলদৈ | ৪২ | ৪২ | ১১ | ০ | ০ | ০ | ০ | ০ | ০ |
| নগাঁও | ৩৮ | ০ | ৪ | ৪ | ৪ | ১২ | ১১ | ২৪ | ২৫ |
| গুআহাটি | ৪০ | ৩৯ | ৩৯ | ৩৯ | ৩৯ | ৩৫ | ৩৫ | ২৪ | ২৫ |
| গোআলপাৰা | ১ | ১ | ০ | ০ | ০ | ০ | ০ | ০ | ০ |
| বঙ্গাল | | | | | | | ২ | ২ | ২ |
| মুঠে | ২৪৯ | ২১৫ | ১১৪ | ১০০ | ১২৬ | ১০৯ | ১২৬ | ১১৯ | ১০১ |
| **মিস্যনেৰি লোক** | | | | | | | | | |
| সিৱসাগৰ | ১০ | ১০ | ১০ | ১০ | ১০ | ২৫ | ৩২ | ২৫ | ২৫ |
| নগাঁও | ৪২ | ৪২ | ৪৭ | ৪৭ | ৫০ | ৫৪ | ৫২ | ৫২ | ৫৮ |
| গুআহাটি | ২২ | ২২ | ২২ | ৩২ | ২৫ | ৪৮ | ৪১ | ৩৩ | ২৮ |
| বিলাবলৈ খোআ | ৪০ | ৪০ | ৪০ | ৪০ | ৪০ | ৪০ | ৪০ | ৪০ | ৪০ |
| মুঠে | ১১৪ | ১১৪ | ১১৯ | ১২৯ | ১২৫ | ১৬৭ | ১৬৫ | ১৫০ | ১৫১ |
| সৰ্ব মুঠ | ৫৭৬ | ৫৩১ | ৪২৮ | ৩৯৭ | ৪৬৪ | ৫২২ | ৪৭৭ | ৪০৬ | ৪৪০ |

## BOOKS

**FOR SALE AT THE SIBSAGOR MISSION PRESS.**

A few copies still remain on hand of the

**ORUNUDOI MAGAZINE**

for 1850, '51, '52. The whole, cheaply bound in one volume, cloth, forming an excellent

**ASAMESE READING BOOK FOR SCHOOLS**

will be sold at the extremely low price of 2 Rs. per copy. This volume contains the whole of the ancient Asamese Buronji, which was commenced in the August number for 1850. The same, handsomely bound, will be sold for 3 Rs.

The History of PHULMONI AND KORUNA, a new work, especially designed for native Christian females, translated from the Bengali. This work is written in a popular and pleasing style, and appears to have a peculiar charm for native readers. Price per copy 0 4

| | | |
|---|---|---|
| The Orunudoi for 1853 | 1 | 0 |
| Asamese Buronji, by the Tamuli Phukon, paper cover | 0 | 8 |
| Asamese Vocabulary and Phrases | 1 | 8 |
| Grammatical Notices of the Asamese Language | 1 | 8 |
| Asamese Primer, Bare Motora | 0 | 1 |
| First Reading Book, in Asamese | 0 | 3 |
| Asamese Arithmetic, first part | 0 | 2 |
| Ditto second part | 0 | 4 |
| Geography of Asia | 0 | 4 |
| Juvenile Tracts, per dozen | 0 | 4 |
| Ditto. bound in sheep | 0 | 8 |
| Ditto bound in morocco, for presents to scholars | 0 | 12 |
| Book, printed octavo, in sheep | 3 | 0 |
| Ditto. half bound | 2 | 8 |
| Monthly Accounts, for servants, workmen, &c with printed lines, | 1 | 0 |
| Writing Books for Schools, 12 sheets foolscap, each | 0 | 4 |
| Ditto. per dozen | 2 | 4 |
| Small Memorandum Books, each | 0 | 1 |

**PRINTING and BINDING neatly executed, and BLANK BOOKS furnished on reasonable terms.**

## জুলাই, অৰ্থাত সাওনৰ পঞ্জিকা ।

**Almanac for July, A. D. 1854. Asam Era, 1776**

| জুলাই | আহাৰ | বাৰ | তিথি | দিনমান | জুলাই | সাওন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ৭ | ৬ | ১৩।৪০ | ১৬ | ৩ | ১ | ২৩ | ১৩।৩২ |
| | | | | | ১৭ | ৪ | ২ | ২৪ | ১৩।৩৩ |
| ২ | ১৯ | ১ | ৭ | ১৩।৪০ | ১৮ | ৫ | ৩ | ২৫ | ১৩।৩০ |
| ৩ | ২০ | ২ | ৮ | ১৩।৪০ | ১৯ | ৬ | ৪ | ২৬ | ১৩।৩০ |
| ৪ | ২১ | ৩ | ৯ | ১৩।৩৯ | ২০ | ৭ | ৫ | ২৭ | ১৩।২৯ |
| ৫ | ২২ | ৪ | ১০ | ১৩।৩৯ | ২১ | ৮ | ৬ | ২৮ | ১৩ ২৯ |
| ৬ | ২৩ | ৫ | ১১ | ১৩।৩৮ | ২২ | ৯ | ৭ | ২৯ | ১৩।২৭ |
| ৭ | ২৪ | ৬ | ১২ | ১৩।৩৮ | | | | | |
| ৮ | ২৫ | ৭ | ১৩ | ১৩।৩৮ | ২৩ | ১০ | ১ | ২৯ | ১৩।২৬ |
| | | | | | ২৪ | ১১ | ২ | ৩০ | ১৩।২৫ |
| ৯ | ২৬ | ১ | ১৪ | ১৩।৩৭ | ২৫ | ১২ | ৩ | ১ | ১৩।২৪ |
| ১০ | ২৭ | ২ | ১৫ | ১৩।৩৭ | ২৬ | ১৩ | ৪ | ২ | ১৩।২৩ |
| ১১ | ২৮ | ৩ | ১৭ | ১৩।৩৬ | ২৭ | ১৪ | ৫ | ৩ | ১৩।২২ |
| ১২ | ২৯ | ৪ | ১৯ | ১৩।৩৬ | ২৮ | ১৫ | ৬ | ৪ | ১৩।২০ |
| ১৩ | ৩০ | ৫ | ২০ | ১৩।৩৫ | ২৯ | ১৬ | ৭ | ৫ | ১৩।১৯ |
| ১৪ | ৩১ | ৬ | ২১ | ১৩।৩৪ | | | | | |
| ১৫ | ১ | ৭ | ২২ | ১৩ ৩৩ | ৩০ | ১৭ | ১ | ৫ | ১৩।১৮ |
| | | | | | ৩১ | ১৮ | ২ | ৬ | ১৩ ১৭ |

**AGENTS FOR THE ORUNUDOI.**

Subscriptions to the Orunudoi, and payment of all sums due, will be received by the undermentioned individuals, who will act as Agents for the paper in their respective Districts.

*Sibsagor*, REV. S. M. WHITING.

*Nowgong*, REV. M. BRONSON.

*Gowahati*, REV. A. H. DANFORTH.

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত ।

**Receipts for the Orunudoi—Sibsagor.**

| | |
|---|---|
| J THORNTON, ESQ 1853-54 | 10 Rs |
| শ্ৰী ইন্দিবৰ দত্ত, সিৱসাগৰ, ১৮৫১-৫২ | ২৲ |
| শ্ৰীযুত বাবু হৰনাথ বৰুআ দাৰোগা, যোৰহাট, ১৮৫১—৫৪ | ৪৲ |
| শ্ৰীযুত বাবু যাদুৰাম বৰুআ মুনচেফ, গোলাঘাট, ১৮৫১—৫৪ | ৪৲ |
| শ্ৰী যোগেশ্বৰ শৰ্ম্মা পেস্কাৰ, ১৮৫১—৫৪ | ৪৲ |
| শ্ৰী বিলা, ১৮৫১—৫৪ | ৪৲ |
| শ্ৰী দুৰ্গা দত্ত, ১৮৫১—৫৪ | ৪৲ |
| শ্ৰী সোমেশ্বৰ শৰ্ম্মা বৰ পুজাৰি মহৰি, ১৮৫৩-৫৪ | ২৲ |

**Receipts for the Orunudoi—Gowahati.**

| | |
|---|---|
| শ্ৰীযুত বাবু সিব প্ৰসাদ ৰাজ মন্ত্ৰি কোচ বেহাৰ, ১৮৫৩ | ১৲ |

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press.*

৯ বচৰ। মোং শিৱসাগৰ, জুলাই, ১৮৫৪। নম্বৰ ৭।

VOL. IX. SIBSAGOR: JULY, 1854. NO. 7.

## নানা দেসৰ সম্বাদ।

Journal of Events—War with Russia.

ৰুচিয়াৰ ফৌজবিলাকে দানুব নদি পাৰ হৈ তুৰুকিৰ দেসত সোমালহি। নদি পাৰ হওঁতে তুৰুকিএ জুধ কৰি অনেক মানুহ মাৰিলে।

Attempt to burn Constantinople.

কন্স্তান্তিনপল নগৰ পুৰিবলৈ ৰুচিয়াৰ ফলিয়া কোনো মানুহবিলাকে উপাই কৰাত সিইতৰ আলচ বুজ পাই অধিকাৰবিলাকে সেই আপদ নিবাৰন কৰিলে।

কন্স্তান্তিনপল নগৰৰ পৰা সকলো গ্রিক লোক গুচি আপোনাৰ দেসলৈ জাবলৈ চুলতানে আগ্যা কৰিলে।

Attack of the Greeks upon Armora.

২৩ মার্চ তাৰিখত ৫০০০ মান গ্রিক লোকে তুৰুকি সেনাক আর্মোৰা নগৰৰ পৰা খেদাবলৈ জুধ ধৰিলে। তুৰুকি সেনা ২০০০, বৰ টোপ ১৩ টা আছিল। ছিলৈৰে ৩ ঘণ্টা, তৰোআলেৰে তেৰ ঘণ্টা মান জুধ কৰি গ্রিকবিলাকে জিনিলে, আৰু আর্মোৰাৰ ওচৰত থকা এটা গাঁও পুৰি পেলালে। গ্রিক মৰিল ৮০, তুৰুকি মৰিল ২০০০ মান।

Capture of Odessa.

এপ্রিল ২২ তাৰিখে ওদেচা নগৰৰ অধিকাৰৰ হাতত চিঠি দিবৰ নিমিত্তে এখন ইংৰাজি জাহাজে বগা নিচান তুলি সেই নগৰৰ ঘুলিত সোমাৰ খুজিলে, তাতে ৰুচিয়াই বৰ টোপেৰে গুলিয়াবলৈ ধৰিলে। ইয়াকে দেখি ইংৰাজি আৰু ফ্রান্সিৰ জাহাজ সকলে চাপি আহি ৮ খান সৰু তাপ জাহাজ আগ বঢ়াই নগৰলৈ বম গোলা মাৰিব ধৰিলে। এই ৰূপে দিনটো মাৰি থকাত গধুলি বেলা গোটেই প্রায় নগৰ নষ্ট কৰা হল। আৰু তাত থকা গ্রিক আৰু ৰুচিয়াৰ জাহাজো পোৰা হল। এই জুধত ইংৰাজি ২১ মানুহ গুলিওআ হৈছিল; ৰুচিয়াৰ মৰা খুন হোআ প্রাই চাৰি হেজাৰ হৈছিল।

Attack of the combined Fleet on Sebastopol.

ওর্দেচাক নষ্ট কৰাৰ পাচে ইংৰাজি, ফ্রান্সি জাহাজে চেবাস্তপল নগৰক জুধ কৰিবলৈ গল সেই নগৰৰ অনেক অনেক বৰ সৰু কোঁঠ আছে। এতিয়া তাৰ দুই এক বাহিৰৰ কোঁঠ গুলিয়াই ভাঙিলে, আৰু অলপ দিনত নগৰ খন পাম বুলি জানিলে। পাচৰ ডাক আহিলে তাৰ চিকনা বুজিম।

Operations in the Baltic.

চেৰ চার্লচ নেপিয়ৰে বলতিক সমুদ্রত ৰুচিয়াৰ বৰুআ জাহাজবোৰক ভেঁটি ধৰিলে। সামান্য জাহাজ কেতখনি ডেঁও ললে, কিন্তু বৰুআ জাহাজক নে পালে; সেই জাহাজবোৰে পাল তৰি ওলালেহে ডেঁও ধৰিব।

Pekin besieged by the Insurgents.

খেহ দেসৰ ৰাজ দ্রোহিয়াবিলাকে পিকিং ৰাজ নগৰক বেৰি ধৰি বন কৰিছে; ৰজা অলপ কালত পৰাস্ত হব বুলি বাত্রা দিয়াবিলাকে কই।

### Babu Motilal Shil

কলিকতাত বাবু মতিলাল সিল ম্রিত্যু হো আত তেঁওৰ বিধৱা তিৰোতা আৰু পুত্ৰেকহিলা-কে ২ লাখ মান ৰুপ তেঁওৰ সৰাধত দান দখি মা কৰিবৰ নিমিত্তে প্ৰায়ে থিৰ কৰিলে। পাচে বিবেচনা কৰি তাক ভাল নে দেখি, ইস্কুল, হস্পিতাল আদি কৰি উত্তম উত্তম কৰমত সেই সকলো ধন দিবলৈ থিৰ কৰিলে।

### Extraordinary Heat at Gowahati.

গুআহাটিৰ পৰা আমি এই আচৰিত বাত্ৰা পাইচোঁ। ২২ মেই তাৰিখত এটা মানুহে ব্ৰুহ্মপুত্ৰ নদিৰ বালিত খোজ কাঢ়ি জাওতে বালি বৰ তপত হোআৰ কাৰনে তাৰ ভৰি বৰকৈ পুৰিলত, ঠেঁচা হবৰ নিমিত্তে ভৰিত পানি ৰাকি দিলে। পাচে জেতিয়াই পানি ৰাকি দিলে, তেতিয়াই ভৰি ঢৌআ বান্ধি গল, আৰু তাৰ তিন দিনৰ পাচত সেই বেদনাৰ দোআৰাই মানুহটো মৰিল।

### Fire at Jorhat

১৮৫৪ সঁকৰ ১০ জুন তাৰিখে বেলা ১০ বজা সমই জোৰহাট নিৱাসি বেপাৰি স্ৰী লমা কাটাইৰ ঘৰত ভাত ৰন্ধাৰ জুই লাগি ৫০। ৬০ টকাৰ মালে সৈতে ঘৰবোৰ পুৰিলে।

১৭ জুন তাৰিখে ৰাতি ৪ বজা সময়ত জোৰহাটৰ স্ৰীজুত সমধৰ দাৰোগাৰ ঘৰ মা-লামালে সৈতে জুই লাগি পুৰিলে।

### Plague among Cattle.

এপ্ৰিল মাহৰে পৰা সিৱসাগৰ জিলাত গৰু, মহৰ জহনি লাগি দিনে ৪০। ৩০ কৈ মৰিচে; কোনো কোনো ঘৰৰ প্ৰায়ে নাই কিয়া হল। ধৰিও ফালে গাঁৱত মৰাৰ লেখেই নাই। জাৰ ঘৰত গৰু, মহ ২। ৩০ কৈ আচিল, তাৰ ঘৰত দুটা বা চাইটাকৈ আচে। আৰু সাপ, ভেঁকুলি বেঙ, আমৰলি পৰুআ প্ৰভিতি হাবিত মৰিচে।

### Murder of a Child.

জুন মঙ্গল বাৰে বেলা ৮ বজাৰ সমই ৰঙ্গতা নেজাৰ বৰ পিয়াল গাঁৱৰ মতৰাম নামে এটা লৰাক সেই গাঁৱৰে গগৈৰাম নামে এটা মানুহে মঙ্গল চোআবলৈ জাওঁইক বুলি লগত মাত্তি নি নঙ্গলা মৰা ঘাটৰ ওচৰৰ চোমনিত ধৰি খামত্তি মাৰে মতৰামৰ ডিঙ্গিত কোৰ মাৰি কাটিলে; চিগিবলৈ দু আঙ্গুল মান মাত্ৰ থাকিল। আৰু সি তাৰে কিচুমান তেজ ধৰি খাই ঘৰলৈ উভতি গলত, মতৰামক কতুৱা কাটিলে বুলি গাঁৱৰ মানুহবোৰে বুজি বিচাৰ কৰি চাই, মৌজাৰ সাধনিদাৰ আদিএ গগৈৰা-মক ধৰি থানালৈ পঠাই দিলে; এতিয়া সোধ পোচ কৰিচে।

### Extraordinary Reports.

১২ জুন তাৰিখে বেলা চাৰি বজাৰ সমই সিৱসাগৰৰ বৰ দলৰ কলচিৰ মানে গুলিওআ বিঙ্কাই, ৰৰকৈ ভাঙ্গ, ধঁপাত খালে জি ৰুপে ধোঁআ হই, সেই ৰুপে ধোঁআ ওলাইচিল। আৰু ইয়াৰ অলপ আগতে সৰহ পানিত অলপ গাখিৰ ৰাকি দিলে জেনে হই, সিৱসা-গৰৰ বৰ পুখুৰিৰ পানিবোৰো তিন দিন তেনে বৰন হৈচিল।

### Wonderful Child born at Joikhamdang.

চাপাখানা চাবলৈ অহা গাঁৱলিয়া মানুহ গোটা চাৰেকৰ মুখে এই বাত্ৰা সুনিচোঁ, মেই মাহত জইখামডাঙ্গ খাতৰ ফালে কোনো আ-হোম মানুহৰ ঘৰত এজনি চোআলি উপজি প্ৰিথিৱিত পৰিএই তাই ভাত আৰু পানি খা-বলৈ দে বুলি খুজিলে; কিন্তু ভাত নি দিলে, পানি দিলে। সেই ওপজা চোআলিএ তিনি বাটি পানি খাই আকও কলে, বোলে, পানি দিলিহঁক, মই খালোঁ, সেই কাৰনে প্ৰিথিৱিত আগলৈ পানি নাই কিয়া হল; জদি ভাতো দিলিহেঁতেন, তেন্তে আকালতে মানুহ মৰিল-হেঁতেন।

### Marriages.

গুআহাটি নগৰত ৫ জুন তাৰিখে স্ৰীজুত পাদুৰি হেচলমায়ৰ চাহাবৰ দোআৰাই স্ৰীজুত জে এতচ্ ৰোচ আৰু স্ৰীমতি মেৰিয়ান কাদো-ক্ৰা, এই দুইৰো বিবাহ হৈচিল।

১২ জুন তাৰিখত স্ৰীমান চাৰ্লচ তমচ আৰু স্ৰীমতি বুলবুলি, এই দুইৰো স্ৰীজুত ওআৰ্দ চাহাবৰ দোআৰাই বিবাহ কৰা হল।



Tiger killed at Sibsagor.

১০ জুন তাৰিখে বেলা ১০ বজা সময়ত এই সিৱসাগৰ জিলাত আমোলা পটিৰ শ্রীজুত হৰনাথ দাৰোগাৰ বাৰিত নাহৰ ফুটুকি এক বাঘ সোমাই থকাত কাউৰিএ ৰমলিয়াৰৰ দেখি পথাৰত কোৰ ধৰি থকা মধু নামে এক জনে চাবলৈ গৈ ওচৰ পালতে বাঘে খেদি আহি মধুৰ বা বিচনি আৰু মুৰত কামুৰি তাৰ পৰা অন্য বাৰি এখনত সোমালগৈ । পাচে মধুএ চিয়ৰিবলৈ ধৰিলত কাত্তিয়া আৰু পুৰন এই দুই জনে খেদি গৈ বাঘ জুমি চাঁওতেই খেদি আহি সিইঁতকো কামুৰি আচুৰি তাতে সোমালগৈ । এই সম্বাদ জিলাৰ লোকে বুজ পালত পলটনিয়া চিপাহি গোটা চাৰেকে গৈ জোকালত খেদি আহি চিপাহি তিনটাক আচুৰি কামুৰিলত জিলাৰ বৰ চাহাবত এতলা কৰাত বৰ চাহাব আহি ওচৰ পোআতে খেদি আহি হাঁত্তিত ধৰাত দুই গুলিৰ দোআৰাই মাৰিলে ।

Completion of the Telegraph from Calcutta to Bombay.

এতিয়া কলিকতাৰ পৰা বম্বাইলৈকে ইলেকত্রিক টেলিগ্রাফ তৈয়াৰি হল ।

## আচৰিত কথা বাত্রা

Strange Stories

জুন মাহৰ প্রথম তাৰিখ বিৰচতি বাৰে সিৱসাগৰ জিলাৰ বৰ বৰুআ আলিৰ দাঁতিৰ কেঁৰা গৰিয়াৰ ঘৰত এটা পাত্তি হাঁহৰ পোআলি জগিল; তাৰ ঠেঙ্গ চাইটা, দুটা সৰ্ব্ব সাধাৰন ৰুপে, দুটা সৰু আৰু চুঁটি । খোজ কাহেঁতে দিঘল দুটা ঠেঙ্গ মাটিত পৰে, চুঁটি দুটা ওপৰতে থাকে, তথাপি ভাল ৰুপে ফুৰিব পাৰে; দেখিবলৈকো পোআলিটি ভাল । আৰু মই তাৰ ঠেঙ্গ জুখিলোঁ, খোজ কৰ্হা দুটা দু আঙ্গুল, আন দুটা ডেৰ আঙ্গুল । পাচে তাৰ গিৰিইঁতে সেই পোআলি আপোনাৰ ঘৰত নে ৰাখি লোকক দিলে । কিয়নো সি জানিলে, পোআলিটো মোৰ ঘৰত ৰাখিলে মোৰ বৰ আপদ হব ।

হে পাঠক সকল, আপোনা লোকে বিবেচনা কৰি চাওক, ইশ্বৰৰ সৃজন বস্তুৰ মাজৰে সামান্য এটা চৰাই পোআলিএ মানুহক বিঘিনি কৰিবলৈ সি ইশ্বৰিয় সক্তি পাব নে? কদাচিতো নে পাই, মানুহৰ জি বিঘিনি, আপদ পাপৰ পৰা হই; পাপৰ ফল ও, সেই

কাৰণ ঈশ্বৰৰ ক্ৰোধ ৰূপ দ মানুহলৈ প্ৰকাস হৈছে। তথাপ মানুহে তা মু বুজি অনেক দেৱতা পূজা আদি নানা ৰূপ ভ্ৰান্তিতে চিন্তা কৰি থাকে। এই কথাত আমি সাহ কৰি কওঁ, এনেবোৰ সামান্য বস্তুৰ পৰা মানুহৰ কোনো আপদ ঘটিব নোআৰে।

বাটকআ মানুহৰ মুখে এই এটা আচৰিত কথা সুনিলোঁ, বচাৰ পৰা গোটা চাৰেক মানুহ মহজ হাটলৈ গৈছিল; বাটত জাঁওতে এখান হাৰিত সিইতক মাতিবলৈ ধৰিলে, বোলে, হেৰৈ মানুহ, এই পোনে আহ। সিহঁতে চাৰিও ফালে চাই একো নে দেখিলে। সেই ৰূপে আকও মাতিলে, তেতিয়া সিহঁতে চাই দেখিলে, জে একোপা গচৰ তলত এটা বৰ সাপ। আৰু ইতে নিলগতে দিঘল হৈ পৰি কলে, বোলে, আমি কেনেকৈ জাম? তুমি খাবা। সাপে উঠি আহি মোক জোখহি। এই ৰূপে আকও কোআত সাপে তেতিয়া সত্য সপত খাই মাতিলে, বোলে, মই নে খাও, তইতে জোখহি। তেতিয়া তাৰে এটা মানুহ গৈ জুখিলে, তথাপি কিমান হল, তাক ভয়ৰ কাৰনে ঠিকনা কৰিব নোআৰিলে। তাতে সাপে কলে, তইতে ঘুৰি আহোঁতে মোৰ এই পোনে জাবিহি। পাচে সিইত মহজৰ পৰা উলটি আহোঁতে সেই পোনেই গলত, সাপে দেখি আকও কলে, বোলে, মোক জোখহি। তেতিয়া আকও গৈ জুখিলে, ১৫ বেঁও পালে।

পাচে সালে কলে, বোলে, এই বোল দেসত বৰ আপদ হব, কোনো প্ৰানি ৰখ্যা নে পাব। আৰু গৰু মহ সকলো মৰিব; কেৱল পাঁচ ঘৰৰ মুৰতহে এঘৰ থাকিবগৈ। জদি মানুহে জিয়াই থাকিবলৈ ইচা কৰে, তেন্তে সকলোএ গোট খাই দেও বাৰত সভা কৰোক; তেহে মানুহ ৰখ্যা পৰিব। পাচে সেই মানুহ আহি এইবোৰ কথা আটাইৰে আগত কৈ ফুৰিচে আৰু তাৰ ঘৰৰ হুমু গৰু মানুহ একো হানি হোআও নাই।

সিবসাগৰ জিলাৰ গৰিয়া মানুহ গোটা চাৰেক পৰনি ৰঙ্গপুৰলৈ গৈছিল, তাতে দুটা সাপে সিইতক দেখি মাত লগাই কলে, বোলে, তইতে আমাক এটা ঘৰ সাজি দে; সিহঁতে সাপে মাতিবৰ দেখি ভই পাই লৰি গুচি আহিল। এই কথাকে ভোম মানুহ গোটা ৰেকে সুনি সাপক ঘৰ সাজি দিঁওগৈ বুলি গৈচিল হমু, তথাপি ঘৰ সাজিলে নে নে সাজিলে, কব নোআৰোঁ।

মানুহে আঁপোন ইচাৰে এনে আচৰিত কথাবোৰ সদাই কৈ কৈ থাকে, বিসেসকৈ এই বেলি গৰু মহবোৰ মৰিবৰ দেখি এনে কথা সৰহকৈ ওলাইচে; তাক বিবেচনা কৰি চালেই সঁচা মিচা বুজিব পাৰিব। কিয়নো ঈশ্বৰে সাপৰ বা আন জন্তুৰ ৰূপ ধৰি মানুহৰ আগত কিবা কব, বা খুজিব, এইটো কদাচিতো ন হই; ঈশ্বৰৰ জি ইচা তাক কোনো প্ৰানিএ নে জানে, আৰু সেই ৰূপেই হবও। এই জি গৰু, মহ মৰা আদি নানা ৰূপ বিঘিনি মানুহৰ ওপৰত হৈছে, সি কেৱল ঈশ্বৰৰ কোপতহে হৈছে; কিয়নো মানুহে ঈশ্বৰৰ বাক্য উলংঘন কৰাতে সকলোবিলাক পাপি হৈ পতিত হলোঁইক; সেই কাৰনে আমাৰ বিঘিনি, দুখ সৰহ হই। কু



ধনত পৰি থকা পখিলাৰ নকচা।

## জাত্ৰিকৰ জাত্ৰা, ৮ আধ্যা !

The Pilgrim's Progress, Chapter 8.

... অহ... ...ৰোঁ। সিবিলা-কে জাওতে জাওতে ...এ দৈব জোগে একলিয়াকৈ চাই কথকি নামেৰে এজন মানুহক আহি থকা দেখিলে। সেই পোনে বাট বহল হোআত অনেক মানুহ আঁতৰা আঁতৰিকৈ জাবলৈ ঠাই জুৰিলে, এই হেতুকে সেই মানুহে সিবিলাকৰ পৰা কিছু দূৰৈত চলি আছিল। সি ওখ মানুহ, আৰু ওচৰতকৈ দূৰৈত দেখিবলৈ সুন্দৰ আছিল। তাতে বিশ্বাসিএ সেই মানুহক সম্বোধন কৰি কথা বাত্ৰা হবলৈ ধৰিলে।

বিশ্বাসি। হেৰা ভকত, কলৈ জোআ? স্বৰগ ৰাজ্যলৈ জাবলৈ ওলাইচা নে?

কথকি। তালৈকেহে জাঁও।

বিশ্বাসি। বৰ ভাল; তেনে হলে আমি তোমাৰ লগত ভাল উতম সঙ্গি পাম বুলি মই আসা কৰিচোঁ।

কথকি। মোৰো এনে বৰ ইচা, তোমোলাকৰ সঙ্গি হম।

বিশ্বাসি। তেনে হলে আঁহা, একে লগে জাওঁহক; আৰু জি জি কথাত আমাৰ হিত হই এনে কথা কৈ কৈ কাল নিয়াম।

কথকি। তোমাৰে সৈতে বা আনে সৈতে হিত কথা কবলৈ মোৰ বৰ সন্তোস, আৰু এনে উতম কৰমত মন দিয়া লোকৰ লগ পোআত মোৰ বৰ আনন্দ আচে। কিয়নো তোমাক স্বৰূপকৈ কৈচোঁ, জাত্ৰা কৰোঁতে এনে সদ আলাপত কাল নিয়াৰ খোজা মানুহ নিচয়ে তাকৰ; সৰহ ভাগে জি কথাত একো হিত নাই, তাক কৈ থাকে; ইয়াত মোৰ মনত বৰ দুখ পাঁও।

বিশ্বাসি। এয়ে দুখৰ কাৰন হই, কিয়নো স্বৰগত থকা ইস্বৰৰ কথা জি ৰূপে পৃথিৱিত থকা মানুহৰ জিবা মুখৰ সুসৰ জোগ্য, এই ৰূপে আৰু কোন কথা জোগ্য হৈচে?

কথকি। তোমাৰ কথা মই বৰ ভাল পাঁও, কিয়নো তুমি জি কথাটি কৈচা, সেয়েই স্বৰূপ। তাত বাজে মই আৰু এটি কথা কওঁ। ইস্বৰৰ বিসয়ে কথোপকথন কৰাৰ সমান সুখ দিঁওতা বা হিত কৰোঁতা কি আ...? আচৰিত ... সুনাত কোনো মানুহৰ জদি সন্তোস হই, তেন্তে এনে কথাৰ সমান সুখ দিঁও... কি পাব? বিসেসকৈ বাজহিয়া কথা, ভবিস্যত কালৰ গোপনিয় কথা, অদ্ভুত আৰু আচৰিত কৰম' বিস্মই মানিব লগা চিন, এই সকলোকে জদি ভাল পাই, তেন্তে পবিত্ৰ সাস্ত্ৰত জি জি কথা মনোহৰ আৰু সুন্দৰ ৰূপে লিখা আচে, তাৰ সমান সুখ দিঁওতা কথা আন কোন ঠাইত পাব?

বিশ্বাসি। এইটো কথা সঁচা হই, কিন্তু এনে কথোপকথনৰ দোআৰাই আমি জেন উপকাৰ পাঁও, এইহে আমাৰ প্ৰধান কাৰ্জ।

কথকি। মই তাকেহে কৈচোঁ, এনে কথোপকথন বৰ উপকাৰি হই; কিয়নো তাৰ দোআৰাই সংসাৰিক কথা জে নিস্ফল, পৰমাৰ্থিক কথা জে সফল, ইত্যাদি সকলোকে বুজিব পাৰে। বিসেসকৈ নতুন জনম আৰু খ্ৰিষ্টৰ পুন্যৰ প্ৰয়োজন, আৰু আমাৰ কৰম জে অসিধ ইয়াকো মানুহে বুজিব পাৰে। তাত বাৰে এনে কথোপকথনৰ দোআৰাই মন পালটন বিশ্বাস, প্ৰাৰ্থনা, বা সহন আদি কি ৰূপে কৰিব লাগে, তাকো সিকিব পাৰে। আৰু সুভ বাত্ৰা কেনে মহা প্ৰতিগ্যা, আৰু কেনে সান্তনা দিএ তাকো সিকি মানুহে আপোনাৰ মনত বৰ সন্তোস পাই। আৰু তাৰ দোআৰাই মিচা মত দুসিবলৈ, সঁচা মত থিৰ কৰিবলৈ, আৰু অগিয়ানি লোকক উপদেস দিবলৈকো সিকিব পাৰে।

বিশ্বাসি। তুমি জি কৈচা, সেই সকলো স্বৰূপ, তোমাৰ মুখৰ পৰা এনে কথা সুনি, মই বৰ আনন্দ পাইচোঁ।

কথকি। হাই হাই, সেই গিয়ান নাই কিয়াৰ কাৰনেহে সৰহ ভাগে পৰম আয়ুস পাবলৈ বিশ্বাসৰ প্ৰয়োজন আৰু আত্মাৰ ভিতৰত অনুগ্ৰহৰ কৰম, তাৰো প্ৰয়োজন নে জানি, জি কৰমেৰে স্বৰগ ৰাজ্য কেতিয়াও পাব নোআৰে, এনে বিধানৰ কৰমত নিৰ্বুধিৰে কাল নিয়াই।

বিস্বাসি। তথাপি তোমাৰ অনুমতি পালে মই এটি কথা কঁও এই সকলোৱে পৰমাৰ্থিক গিয়ান কেৱল ইশ্বৰে দিয়া হই, মানুহে আ-পোনাৰ পৰিসম বা কথোপকথনৰ দোআৰাই কেতিয়াও পাব নোআৰে।

কথকি। তাক মই ভালকৈ জানোঁ; কি-ন্তু বো ঈশ্বৰৰ পৰা দিয়া ন হলে কেৱে একো পাব নোআৰে। অনুগ্ৰহৰ দোআৰাই সকলো হই, কৰমৰ দোআৰাই একো ন হই; এই কথা থিৰ কৰিবলৈ সাস্ত্ৰৰ পৰা এস প্ৰমান দিব পাৰোঁ।

বিস্বাসি। বাৰু, তেনে হলে আমি জি কথা ধৰি কথোপকথন কৰিম, এনে এটি কথা ধৰা-চোন।

কথকি। বাৰু, তোমাৰ জি ইচা; স্বৰ্গিয় কথা বা সংসাৰিক কথা হওক, নিতি বা সুত বাত্ৰাৰ কথা পবিত্ৰ বা সামান্য, ভুত বা ভবিস্যত কথা, বিদেসৰ বা স্বদেসৰ কথা, সাৰ বা অসাৰ, জি কি কথাত ধৰিব খোজা, তাক কঁওঁহক; হিত কথা হব লাগে মাথোন।

এই কথা সুনি বিস্বাসিএ আচৰিত মানিলে; আৰু খ্ৰিষ্টিয়ান সেই সময়ত অকল সৰিয়াকৈ বুলি জোআ দেখি তেঁওৰ ওচৰলৈ গৈ মনে মনে কলে, চোআ ভাই, আমি কেনে বুধিমন্ত সঙ্গি পালোঁ; তেঁও আমাৰ বৰ উত্তম সগৰ আত্ৰিক হবগৈ, মই জানিচোঁ।

তাতে খ্ৰিষ্টিয়ানে মিচিকিয়াই হাঁহি বুলিলে, তুমি জাৰ কথাত এইমান ভাল পোআ, সেই মানুহক জেয়ে নে জানে, এনে কুৰি জনকে সি আপোন বাকোৱে ভুলাব পাৰে। ॥


গিদ্ধিয়া পখিৰ নকচা।

## কলিকতাৰ পৰা সপ্ত পত্ৰ।

**Seventh Letter from Calcutta.**

হে প্ৰিয় বন্ধু সকল,

গিয়ান অভ্যাস কৰাই মানুহ দেহ ধাৰন কৰাৰ সাৰ্থক কৰম, নতুবা কেৱল আহাৰ, নিদ্ৰা, ভই প্ৰভৃতিৰ বসবৰ্ত্তি হৈ থাকিলে, মানুহ আৰু জন্তুৰ মাজত কি প্ৰভেদ থাকে? জি গিয়ান বস্তুৰ প্ৰভাৱত মানুহ সকলে এই সংসাৰৰ ধৰ্ম্ম সকল উত্তম ৰুপে কৰিব পাৰে, তাক উপাৰ্জন কৰা সকলোৱে উচিত। আৰু জি গিয়ানৰ প্ৰভাৱত মানুহবিলাকে এই অখণ্ড সংসাৰৰ ভাও জনা হই, তাৰ সৃষ্টি কৰ্ত্তা পৰম ইশ্বৰৰ মধুৰ প্ৰেম ৰস স্বাদন কৰি, নিত্য আৰু পবিত্ৰ সুখ সম্ভোগ কৰিব পাৰে, তাক অভ্যাস কৰা সৰ্বতো ভাৱে আমাৰ উচিত। এই গিয়ান থকাৰ নিমিত্তেহে মানুহবিলাকে ইতৰ প্ৰানিতকৈ স্ৰেষ্ঠ হৈচে। এই কাৰনে এনে অমূৰ্ল্য মানুহ দেহ লৈও জি জনে গিয়ান উপাৰ্জ্জন কৰা নাই, তাৰ জিৱনেই বিফল।

ধন জৌবনৰ গৰ্ব ন কৰিবা মন,
নিমিসতে হৰি নিব, সকলো সমন।
অতএব দুষ্ট ৰিপু কৰাহা দমন,
এনে কাৰ্জ কৰা, জাত লভই গিয়ান।
গিয়ানি লোক পৰলোকে কৰিবে গমন,
তাৰ কিৰ্ত্তি প্ৰিথিবিত কৰই ৰমন।
চন্দ্ৰ, সুৰ্জ, দিপ সিখা, মনি চমত্কাৰ,
নোআৰে নাসিব বিদয়ৰ অন্ধকাৰ।
গিয়ানে পাৰে এক্কাৰ গুচাব মনৰ,
গিয়ান বিনে কৰিবাক সাধ্য নাহি কাৰ।

বিদ্যা অভ্যাস কৰাই গিয়ান লভিবৰ দো-আৰাই এতিয়া আমাৰ ইংৰাজ দেসাধিকাৰৰ দিনত কোনো কোনো ঠাইত পঢ়া সালি পতা হৈচে; কিন্তু তাত বিদেসি ভাসাৰ পুথি চলোআৰ গুনে লৰাবিলাকে পঢ়িও একো উপকাৰ পোআ নাই। পাদুৰি চাহাব সকলে মিস্যনেৰি পঢ়া সালিত অচমিয়া পুথি পঢ়াইচে; কিন্তু তালৈ সৰহ লৰা, খ্ৰিষ্টিয়ান কৰে বুলি ভয়তে নে জাই। জিবিলাক লৰাই অধ্যাপকৰ ওত

সংস্কৃত বিদ্যা পৰ্হে, তেঁওবিলাকেও অত কিঞ্চিত মাত্ৰ পৰ্হিয়েই সেই মহা উপকাৰি ভাসা আৰু ন পৰ্হে। আৰু তাৰ পৰা গিয়ান ন জনমি বৰ্হাকৈ কুসংস্কাৰহে জনমে। বঙ্গালি ভাসাৰ পুথি চলা পৰ্হা সালিত পৰ্হি লৰাবিলাকে পুথি পৰ্হিব পৰা, আৰু কচাৰিত লিখা পৰ্হা কৰিব পৰা হলেই পৰ্হা সালি তিয়াগ কৰে।

বন্ধু সকল, বিচাৰি চোৱা। জি পবিত্ৰ গিয়ান, এস বচৰ পৰ্হিও কষ্টেহে মানুহে অতি কিঞ্চিত পাই, তাক নো আমাৰ দেসি লৰাবিলাকে ওপৰত লিখা দৰে পৰ্হিএই উপাৰ্জন কৰিব পাৰে নে? জি সকলে বিদ্যা সিকি গিয়ান উপাৰ্জন কৰিচোঁ বুলি কই, সিবিলাকে মুঠে কোআহে সুনা জাই, গিয়ানিৰ দৰে আচৰন কৰিবৰ দেখা নে জাই। তেঁওবিলাকে কেৱল ধন উপাৰ্জনৰ কাজতহে চেষ্টা থাকে। তাত বিনা আন সমস্ত এলাহ আৰু দুৰাচাৰ কৰিএই কাল নিয়াই। কোনো কোনো লোকে ভাৰ্য্যাৰ সঙ্গ আৰু আপোনাৰ উদৰ পুৰন কৰি কাল নিয়াই। কিন্তু তেঁও বিলাকে নো নে জানে নে, জে পহু, পখি, পোক, পৰুআ আটায়ে আহাৰ ইত্যাদি কৰে! কেৱল পৰক উপকাৰ কৰিব লাগে, আৰু ইস্বৰক ভজিব লাগে, এই দুইৰ গিয়ান থকাতেইহে মানুহৰ ইমান গৌৰও হৈছে। জদি বিদ্যা সিকিও তেঁওবিলাকে এই দুই কাৰ্জ ন কৰে, তেন্তে তেঁওবিলাকে পৰ্হাত জিমান কেলেস কৰিলে, সি আটায়ে ভস্মত ঘিউৰ আহুতি দিয়াৰ নিচিনা হল। বঙ্গালিবিলাকৰ লগ পাই, অনেক লোকে এতিয়া মদ খোআ, বেস্যালয়লৈ গমন কৰা, ইত্যাদি মহা অনাচাৰ কৰ্ম্ম কৰিব লাগিচে। আৰু ব্ৰুথে কাল নিয়াইচে, জননি আৰু জনম ভুমিলৈ এক্কেৰিও প্ৰেম প্ৰকাস ন কৰে, আৰু "দেসৰ মঙ্গল হওক", এই কথা পাহৰি, অথবা সমাজিকতো নো সোঁৱৰে। কোনো কোনো লোকে কোনো কোনো অবিহিত সাস্ত্ৰৰ প্ৰমান দি, মদ খোআ প্ৰভিতি পাপ আচৰন কৰে। কিন্তু এই সকল কৰ্ম্ম অতি গৰ্হিত, কিয়নো জাৰ পৰা মানুহৰ সুখ হৰাৰ দুৰৈত থাওক, ইহকাল আৰু পৰকালতো দুখহে পাৱ, সংসই নাই। গিয়ানিৰ নিচিনা আচাৰ ন কৰি কেৱল অগিয়ানিৰ দৰে আচৰ কৰি তেঁওবিলাকে আপোনাৰ ভৰিত আপুনি কুঠাৰ মাৰিচে। হাই হাই! এই সকল আচৰন নো কেতিয়া আমাৰ দেসৰ পৰা গুচিব

অচম দেসৰ আন ঠাইতকৈও গুআহাটি নগৰত অত্যন্ত অসত্ আচাৰবিলাক নিতৌ নিতৌ চলিব লাগিচে। এই কথা পৰাপৰ আৰু সুনি মনত বৰ অসন্তোস পাইচোঁ। কিয়নো গুআহাটি ৰাজধানি ঠাই, তাতে জদি এনে দুৰো চাৰবিলাক প্ৰবল হল, তেন্তে আন ঠাইত নো কেনেই ন হব? হাই হাই! ইযাৰ পৰা নো আৰু লোক দিব পৰা কিবা বিসই আচে নে? এই সকল দুৰাচাৰ গুচাই অলপ দিনতে পৰতে ইস্বৰে আমাৰ এই দেস পবিত্ৰ কৰোক। হে অচম দেসি বন্ধু সকল, তোমোলাকে গিয়ান উপাৰ্জন কৰিবলৈ জতন কৰা, কিয়নো গিয়ান ন হলে সকলো মিচা। দেসৰ উপকাৰ জিহতে হই, তাক কৰা। জিহতে দেসৰ পৰা দুৰাচাৰ সকল গুচে, তাকে কৰা। সেসত আৰু এক্কেৰি কথা কঁও সুনা। আমাৰ দেসৰ পৰা উপকাৰি এজন প্ৰধান বিচাৰ কৰ্ত্তাই এবেলি আমালৈ এই বুলি এখন পত্ৰ লিখিচিল, যে "অচমিয়া লোক সকলৰ পৰা বিদ্যা বিসয়ে কোনো ভাল আসা কৰা, আৰু সুন্যত ঘৰ কৰা দুয়ো সমান কথা।" হাই হাই! ইয়াতকৈ নো আন কিবা দুখৰ কথা আচে নে? এতেকে তোমোলাকে গিয়ান লভিবলৈ উপাই কৰা।

এজন অচমিয়া লোক।

কলিকতা, ২৬ এপ্ৰেল, ১৮৫৪।



## নামান নামেৰে এজন কুঠিয়া ভাল হোৱাৰ কথা।

Healing of Naaman the Leper.

চুৰিয়া দেশৰ ৰজাৰ এজন সেনাপতি নামান আপোনাৰ গৰাকিৰ আগত অতি মান্যৱন্ত মানুহ আছিল; কিয়নো তেওঁৰ পৰাক্ৰম আৰু বুদ্ধিত্বে ৰজাৰ বিৰোধ হোৱা সকলোকে জই কৰিছিল। কিন্তু সেই মানুহ জনৰ সৰিলত কুষ্ঠ ৰোগ আছিল। কোনো সময়ত চুৰিয়াবোৰে ইস্ৰাএলবিলাকে সৈতে ৰন কৰি সিহঁতৰ দেশৰ পৰা এজনি জুবতি কন্যা ধৰি আনিছিল। পাচে নামানৰ তিৰোতাই সেই কন্যাক কিনি আপোনাৰ দাসি কৰিছিল। সেই বেটিএ নামানৰ দুৰ্গতি দেখি আপোনাৰ গিৰিহঁতনিক কলে, বোলে, ইস্ৰাএল দেশত এলিস্যা নামেৰে এজন ভবিস্যত্ত বক্তা আছে; তেওঁৰ ওচৰলৈ গলে আমাৰ গৰাকি ভাল হব পাৰে। পাচে কন্যাৰ সেই কথা সুনিলতে নামানে ইস্ৰাএল দেশৰ এলিস্যাৰ তলৈ জাবৰ নিমিত্তে ৰজাৰ আগত নিবেদন কৰিলে। পাচে নামানে ৰজাৰ অনুমতি পাই ভেঁটিৰ নিমিত্তে সোন, ৰূপ, ভাল কাপৰ, এই সকলোকে লৈ ৰথত উঠি গল।

পাচে নামানে ইস্ৰাএল দেশ পাই এলিস্যাৰ ঘৰ বিচাৰি তেওঁৰ দুআৰৰ মুখত ৰথ ৰাখিলে। তাতে এলিস্যাই এটা মানুহ পঠাই সোধালে, কিহৰ কাৰনে আহিছে? তাকে এলিস্যাক জনালে। পাচে এলিস্যাই কৈ পঠালে, বোলে, য়ৰ্দান নদিত সাত বাৰ স্নান কৰা, তাতে তুমি ভাল হবা। এই কথা সুনি নামানে খং কৰি বুলিলে, বোলে মই মনত ভাবিছিলোঁ, তেওঁ আপুনি আহি মোক আপোনাৰ ঈশ্বৰৰ নাম লৈ ভাল কৰিব; কিন্তু তেনে ন কৰি এটাৰ মুখে এক নদিত স্নান কৰিবলৈ কৈছে তাতে মোৰ কি হব? আমাৰ দেশত জানো য়ৰ্দানতকৈও ভাল নদি নাই; সেই ঠাইতে স্নান কৰিব নোৱাৰিম নে? এনে কথা কৈ নামানে খঙেৰে পৰিপূৰ্ন হৈ গুচি গল। পাচে তেওঁৰ দাসবোৰে আহি তেওঁৰ আগত কলে, হে দেও, এলিস্যাই আপোনাক সকত কৰম কৰিবলৈ কোৱা হলে তাক কৰিলেহেঁতেন। তেনে হলে অতি ঢিল কৰম জি স্নান, তাক আপুনি কিয় ন কৰিলে? তেতিয়া নামানে গৈ এলিস্যাৰ আগ্যাৰ দৰে কৰি য়ৰ্দান নত সাত বাৰ বুৰ মাৰিলে। তাতে তেওঁৰ সৰিল তেতিক্ষনে লৰাৰ সৰিলৰ নিচিনা কোমল আৰু সুচি হল। পাচে তেওঁৰ লগৰবোৰে সৈতে এলিস্যাৰ তলৈ উভতি গৈ তেওঁক বুলিলে, আপোনাৰ ঈশ্বৰ জি জন, তেওঁৰ সমান প্ৰিথিবিৰ মাজত আন ঈশ্বৰ নাই। মই নিবেদন কৰোঁ, আপুনি কিচু ভেঁটি গ্ৰহন কৰোক। কিন্তু এলিস্যাই কলে, মই একো লব নোৱাৰোঁ।

পাচে নামান গুচি গৈ অলপমান দূৰ পাওঁতে এলিস্যাৰ পৰিচাৰক গেহাজি আপোনাৰ অধিকাৰৰ হুকুম নো পোৱাকৈ নামানৰ ওচৰলৈ লৰি আহি, লোভ কৰি তেওঁক কলে, বোলে, এতিয়া আমাৰ গৰাকিৰ ঘৰলৈ দুজন ভকত আহিছে, আপুনি অনুগ্ৰহ কৰি সিবিলাকৰ নিমিত্তে এগাগৰি ৰূপ আৰু দুই জোৰ কাপৰ দিওক। পাচে নামানে কলে, বোলে, দুই গাগৰি নিয়া। পাচে সেই দুই গাগৰি ৰূপ আৰু দ সাজ কাপৰ দুটা বন্দিৰ হাতত নামানে দি . ল, তোমোলাকে ইয়াক এলিস্যাৰ ঘৰত থৈ আহা। পাচে গেহাজি ঘৰলৈ আহি সেই ৰূপ আৰু কাপৰ বন্দিৰ হাতৰ পৰা লৈ আপোনাৰ গৰাকিক একো ন কৈ সিহঁতক বিদাই কৰিলে। পাচে তাৰ গৰাকিৰ লগত দেখা দেখি হলত তাক সুধিলে, বোলে, তুমি কলৈ গৈছিলা? গেহাজিএ কলে, বোলে, মই কলৈকো জোৱা নাই। এলিস্যাই বুলিলে, তুমি নামানৰ ৰথৰ ওচৰলৈ গৈ লগ পাওঁতে মোৰ মনো তোমাৰ লগতে আছিল। এই হেতুকে নামানৰ জি ৰোগ আছিল, সেই ৰোগ আজিৰ পৰা তোমাৰ সৰিলত হব। তাতে তেতিক্ষনে গেহাজিৰ গোটেই সৰিলত কুষ্ঠ ৰোগেৰে পুৰ হল।

হে মোৰ প্ৰিয়বিলাক, মানুহে আপোনাৰ

মনৰ লোভৰ কাৰনে কিমান দুৰ অৱস্থাত পৰে, তাক আমি সকলোএ আপোন আপোন মনত বিবেচনা কৰিব লাগে। আমাৰ স্বভাবিক অনেক বেয়া স্বভাও আচে, তাৰ দোআৰাই অনেক লোকৰ বাটত জাই। সেই গেহাজি হলে আপোনাৰ গৰাকিৰ বিৰোধে পাপ কৰি সৰিলত কুঠ ৰোগৰ ভাগি হল। আমিও জদি সেই ৰূপে লোভ, গৰ্ব্ব, খঙ্গ, ক্ৰোধ, হিংসা, খিয়াল আদি কৰম কৰি পৰম ইশ্বৰৰ আগত মহা পাপ ৰোগেৰে পিৰিত হৈ অনন্ত কাল নৰকত পৰি থাকিব লাগিব, তাৰ পৰা আমাক কোনোএ ৰখ্যা কৰিব নোআৰে। এতিয়া কাল থাকোঁতে জদি পৰম ইশ্বৰত আস্ৰই লৈ সকলো পাপ কৰম তিয়াগ কৰি তেঁওক বিশ্বাস কৰি তেঁওৰ চৰনত সকলোকে সোধাই দিঁও, তেনে হলে সেসত আমাক উধাৰ কৰিব। মু.

## ৰাজেশ্বৰ সিংহৰ সোন ৰুপৰ মোহৰ ।

Gold and Silver Coins of Rajeswor Singh



Ahom Rupee. struck by Rajeswor Singh, A. D. 1751.

ত্যাও চুৰমফা পিন খুন, অৰ্থাত মহা ৰজা হোআ চুৰমফা। হিন্দু নাম, ৰাজেশ্বৰ সিংহ। লাকনি ৰাইচিন্না, অৰ্থাত সঁক ২৪, হিন্দু মতে ১৬৭৩ ।

ধোঁ ফালে, কাও ৰই ফা লেংদন কাত্মা, অৰ্থাত স্বৰগত ইন্দ্ৰৰ নাম সেৱা কৰোঁ।



Gold and Silver Coin of Rajeswor, A. D. 1752.

চুলতান চো খুৰম্মোদ মাহ চিকা জদ এঁই আলম পনা শ্ৰী ৰাজেশ্বৰ সিংহ। অৰ্থাত চন্দ্ৰ সুৰ্জ্জৰ নিচিনা এই চিকা মোহৰ মাৰিলে, প্ৰিথিবি চাঁয়া কৰোঁতা শ্ৰী ৰাজেশ্বৰ সিংহ চুলতান।

সোঁ ফালে, মালুচ মইমানত ১৬৭৪ চনে জলুচ জৰব ৰঙ্গপুৰ। অৰ্থাত ১৬৭৪ সকত সুভাগ্য ৰাজ ভোগৰ বচৰত ৰঙ্গপুৰত মৰা ৰুপ



Rupee of Rajeswor Singh, struck A. D. 1753.

শ্ৰী শ্ৰী স্বৰ্গ দেৱ শ্ৰী ৰাজেশ্বৰ সিংহ নৃপস্য শাকে ১৬৭৫ ।

সোঁ ফালে, শ্ৰী শ্ৰী হৰ গৌৰী চৰন কমল মকৰন্দ মধুকৰস্য। অৰ্থাত সিৱ দুৰ্গাৰ চৰন ৰূপ পদুমৰ মধু পান কৰা ভোমোৰা।



Rupee in Nagari Characters, struck A. D. 1753.

নাগেৰি আখৰ। শ্ৰী শ্ৰী স্বৰ্গ দেৱ শ্ৰী ৰাজেশ্বৰ সিংহ নৃপস্য শাকে ১৬৭৫

সোঁ ফালে, শ্ৰী শ্ৰী মহেশ্বৰি চৰন কমল মকৰন্দ মধুকৰস্য। অৰ্থাত গোসানিৰ চৰন ৰূপ পদুমৰ মধু পান কৰা ভোমোৰা।



Quarter Rupee, coined A. D. 1754.

শ্ৰী শ্ৰী ৰাজেশ্বৰ সিংহ নৃপস্য শাকে ১৬৭৬ ।



Quarter Rupee in Assamese and Nagari Characters, struck A. D. 1759.

শ্ৰী শ্ৰী ৰাজেশ্বৰ সিংহ নৃপস্য শাকে ১৬৮১ । বাঁও ফালে অচমিয়া আখৰ, সোঁ ফালে নাগেৰি।



Rupee in Persian Characters, struck A. D. 1763.

এই আখৰ সি পিচিৰ ১৬৭৪ শঁকৰ ৰুপৰ চিনা। শঁক মাখোন নবিল। ইয়াত লিখা শঁক ১৬৮৫।



Rupee coine A. D. 1764.

এই ৰুপৰ আখৰ ওপৰত থকা ১৬৭৫ শঁকৰ ৰুপৰ চিনা। ইয়াৰ শঁক ১৬৮৬।



Half Rupee of Rajeswor Singh.

এই আধলিত লিখিচে, শ্ৰী শ্ৰী ৰাজেশ্বৰ সিংহ নৃপস্য।

সি কালে শ্ৰী শ্ৰী শিৱ পদ পৰায়ণস্য। শঁক লিখা নাই



Quarter Rupee of Rajeswor, coined A. D. 1767.

এই সিকিত লিখিচে, শ্ৰী শ্ৰী ৰাজেশ্বৰ সিংহ নৃপস্য শাকে ১৬৮৯।



Quarter Rupee, in Persian Characters.

এই সিকিত পাৰচি আখৰেৰে লিখিচে, শ্ৰী শ্ৰী ৰাজেশ্বৰ সিংহ। সোঁ কালে, বাদস্যা গাজি, অৰ্থাত মহা ৰজা।



Two Anna Coin of Rajeswor Singh.

এই আদ মহিয়াত লিখা আচে, শ্ৰী শ্ৰী ৰাজেশ্বৰ সিংহ নৃপস্য।

## চৰাপুঞ্জি মোকামৰ বিবৰন।

Account of Cherra Punji.

চৰাপুঞ্জি মোকামৰ কিছু কথা নিবেদন কৰিব খোঁজো; আমাৰ দেসৰ অচমিয়া প্ৰিয় বন্ধু সকলে তালৈকে ছু নে পাই, এই নিমিত্তে সিবিলাকক জনাঁও।

এই চৰাপুঞ্জি জিলা খন বৰ পৰ্বতৰ ওপৰত। চাৰিও ফালে পৰ্বত, মাজত ভৈয়ামৰ চিনা সমান ঠাই। আন্দাজ ১০০ পুৰা মান মাটি হৱ। তাতেই চাহাব লোকে লগা লগিকৈ ৫০ টা মান বঙ্গলা সাজিচে, সেই বঙ্গলাবোৰ সুন্দৰকৈ সজাইচে, দেখিবলৈ বৰ ভাল। সেই ঠাই জাৰ কি জহ সদাই চেঁচা, তাক চাহাব লোকে বৰ ভাল পাই। তাৰ সিলৰ পানি বৰ চিকন বগা, ফট ফট কৰে। ১০০ হাতৰ তলত জি পৰে, তাকো দেখা জাই। আৰু পেটলৈকো বৰ ভাল, মানুহে জদি দিনটত ৫ বাৰ খাই, তেও জিন জাই। আৰু তাৰ বতাহ বৰ ভাল, মানুহৰ গাত বল সক্তি হই। তাত সদাই জি মানুহ থাকে, তাৰ ৰোগ বিয়াধি একো নাই। সেই কাৰনে অনেক দেসৰ পৰা চাহাব লোক হাৱা খাবলৈ তালৈ আহে। আৰু আন দেসত নৰিয়া পৰি ভাল ন হলে সেই ঠাইলৈ আহিলে ভাল হই; আৰু চত মাহৰে পৰা অনেক দুৰ দেসৰ চাহাব মেম আহি তাত থাকেহি, আহিন কাতি হলে পৰ্বতৰ পৰা নামি জাই।

সেই ঠাইত আহিন কাতিৰ পৰা হিম পৰে, আঘোন পুহ মাহত এহাত এমুঠনকৈ তাঠ হৈ বগা হৈ থাকে, ভৰি দিলে মচ মচ কৰে ভাগে। আৰু বহাগ মাহৰ পৰা বৰ বৰষুন পৰে, ৰাতিএ দিনে নেৰে, মাহৰ ভিতৰত এদিন কি দু দিনহে সুৰ্জ দেখা জাই। তাত বৰ বতাহ, জাৰ গৰম কাপৰ ন হলে থাকিব নোআৰি। আৰু সেই নগৰৰ প্ৰতি বঙ্গলাই ১০।১২ টাকৈ জুই সাল আচে, সেই জুই সাল বোৰত দিনে ৰাতিএ জুই জলি থাকে; আৰু তাত এবিধ সিলৰ এঙ্গাৰ পাই অৰ্থাত নাগ মাটি তাৰেই জুই লগাই, তাত বাস্কি খাই।

সেই এন্নাবৰ দাম ১০০ মোনত ৮ টকা হপ, তাৰ বৰ পৰ্বত আছে । আৰু তাৰ প্ৰতি বঙ্গলাই ১০।১২ জনকৈ চাহাব মেম থাকে, কোনো কোনো বচৰত ইমান চাহাব হই, জে থাকিবলৈ বঙ্গলাই নাটে ।

সেই নগৰত এটা সুন্দৰ গিৰ্জা ঘৰ আছে, আগেয়ে তাত পাদুৰি গাৰষ্টিন চাহাব আছিল, এতিয়া তেঁও কলিকতালৈ গল । তেঁওৰ মুৰে গুআহাটিৰ শ্ৰীজুত পাদুৰি ব্ৰেঙ চাহাব হৈছে; তেঁও বচৰেকত ৪ মাহ সেই গিৰ্জা ঘৰতে গিৰ্জা কৰেগৈ । প্ৰতি ৰবি বাৰে গিৰ্জা ঘৰত চাহাব, মেম তিনি চাৰি কুৰি মান গোট খাই । আৰু তাতে এক পল্টন লুকিয়ৰ চিপাহি আছে, সেই চিপাহিৰ অধিকাৰ শ্ৰীজুত কৰ্নেল লিষ্টৰ চাহাব, তেঁৱেই সেই নগৰৰ পলিটিকল এজেণ্ট কাম কৰিচিল । তেঁও বৰ ভাল চাহাব, তেঁও কাৰো অহিত নি চিন্তিচিল, সৰু বৰ আটাইকে সমান দেখিচিল ! তেঁওক সেই দেসৰ পৰ্বতিয়া মানুহে বৰ ভাল পাইচিল । তেঁওৰ এতিয়া সৰিলত কিচু ৰোগ হৈ কেবকআৰি মাহত চুটি লৈ বিলাতলৈ গল । তেঁও সেই নগৰত থাকি বৰ ভাল পাইচিল, আন্দাজে তাত ২৫ বচৰ মান আছিল, আৰু তেঁওক পৰ্বতিয়া মানুহে ভই কৰিচিল । কিন্তু তেঁও জোআত খাচিয়াবোৰে বৰ বেজাৰ অপমান কৰিলে । এতিয় তেঁওৰ মুৰে শ্ৰী শ্ৰীজুত কৰ্নেল জেঙ্কিঞ্চ বৰ চাহাব চৰাপুঞ্জিৰ অধিকাৰ হৈছে, তেঁও বচৰেকত এবাৰ দৌৰা কৰিব; তেঁও এতিয়া গুআহাটিৰ শ্ৰীজুত হডচন মেজেষ্টৰ চাজাবক সেই জিলাত থৈছে, জিলাৰ সোধ পোচ কৰিবলৈ । সেই দেসৰ মানুহে খাজনা নি দিএ, তাত খেতি কৰিবও নোআৰে; সিলৰ নিমিত্তে, তাত কি সস্য হই, তাক কঁও সুনা । বিলাতি আলু, কচু, কলকিয়া, এদা, সুমথিৰা টেঙা, মৌ জোল, তামোল, পান, এবিধ খাচিয়া ধান হই, আমি তাক কোআ মনি বোলোঁ । তাৰ সিইতে মদ খাই, ইয়াত বাজে একো দ্ৰব্য উতপন ন হই । সেইতে ধান, চাউল নামৰ পৰা কিনি আনি খাই । চৰাপুঞ্জিৰ দখিনে আৰু পুৰে চিলটা চাতক দেস, সেই দেসৰ পৰা ধান আদি কিনি নিএ । চৰাপুঞ্জি দেসৰ মানুহবোৰক খাচিয়া বোলে, সেই মানুহবোৰ দুখকাৰি সিইতে মুৰত বোজা এক মোনতকৈ অধিক লই ।

তালৈ চাহাব লোক ক আমাৰ ই মানুহ জোআ অহা কৰাত, খাচিয়া মানুহেই বস্তুৰ তাৰ বোজা নিএ; কিন্তু সিইতে দিনটত চাৰি অনা লই, তিৰোতাই হলে, তিনি অনা লই । আৰু সিইতে মিচা কথা ন কই, বৰ সঁচা মানুহ; লিখা পৰ্হা একো নে জানে, পূৰ্বে পৰা পুথি প্যাঞ্জি একো নাই, ধৰম সাস্ত্ৰৰ কথাও একো কব নোআৰে । সিইতে কোন ঈশ্বৰক পূজে, তাকো নে জানে । এতিয়া পাদুৰি জুইচ চাহাব আহি ৪।৫ বচৰৰ পৰা ধৰম সাস্ত্ৰ দেখাইছে, আৰু সিকাইছে । সিইতৰ খাচিয়া মাতেৰে ইংৰাজি আখৰেৰে ধৰম সাস্ত্ৰৰ নতুন কিতাপ তৈয়াৰ কৰাই সিইতক পৰ্হাইছে। সিইত এতিয়া বৰ ভাল মানুহৰ নিচিনা হল জাই । আগেয়ে সিইত বৰ অসভ্য আছিল। কিয়নো কাপৰ পিন্ধিবই নে জানিচিল, এতিয়া লিখা পৰ্হা সিকি গিয়ান পাই ভাল হপে কাপৰ পিন্ধি সভ্য হৈছে । আৰু খাচিয়া মানুহবোৰ বগা, দেখিবলৈকো সুআনি, সিইঁতবে কেতবোৰে দু কুৰি আৰ্হি কুৰি কৈ দৰমহা খাই কেচাৰিৰ আমোলা মহৰি কাম কৰিচে ।

আৰু সিইতে তিৰোতা বিবাহ কৰি আপোনাৰ ঘৰলৈ অনা দস্তুৰ নাই, আমাৰ জেনেকুআ কোনো মানুহৰ কেও কিচু ন হলে চোআলিৰ ঘৰত ঘৰ জোঁআই সোমাই, তেনেকুআ সিইতৰ দস্তুৰ । আপোনাৰ ঘৰলৈ চোআলিক আনিব নোআৰে, আৰু চোআলিৰ মাক বাপেকেও এৰি নি দিএ, সিইতৰ এই দস্তুৰ বেয়া । কিয়নো আমাৰ হলে তাৰৰ হৈ আপোনাৰ ব্ৰিধ মাক বাপেকক পুআই, সিইতৰ হলে সহুৰ সাহুএকক পুআই, জদি চোআলিৰ মাক বাপেক নাই, তেন্তে লোককে পুজ ই, তেও আপোনাৰ ঘৰলৈ নানে । সিইতৰ মানুহ মৰিলে নে কান্দে, লোক সন্তাপো ন কৰে,

কিন্তু ৰ্ব্বাইৰ বৰ তামচাহে কৰে, কন্দা সিইঁতৰ দেখা বোলে। মানুহ মৰিলে সিইঁতৰ গিয়াতি কুটুমক চপাই নৰকৈ ভোজ ভাত খুআই; মাচ তামচা কৰি, আমাৰ হিন্দু মানুহক জেনেকৈ পোৰে, তেনেকৈ সিইঁতেও মৰাটো কাঠ সংস্কাৰ কৰে। আৰু সিইঁতৰ মৰা মৰিলে গিয়াতি কুটুম চপাই ভোজ ভাত খুআব নোআৰে মানলৈকে মৰাটো নো পোৰে, কিন্তু পেট ফালি নাৰি ভুঁৰু উলিয়াই মচলা সুমাই সুকাই থই; জেতিয়া ভোজ ভাত দিব পাৰে, সেই দিনাই বৰ তামচা কৰি পোৰে। সিইঁতৰ আন একো পুজা কৰা দস্তুৰ নাই। আৰু সিইঁতৰ নচা দস্তুৰ ভাল, আন দেশৰ নিচিনা অবাদ্য গিত নে গাই। সিইঁতৰ তিৰোতাবোৰে নচাৰ এক দস্তুৰ, আন দেশৰ নিচিনা হাত ভৰি দাঙ্গি নে নাচে, কেৱল চিকন কাপৰ পিন্ধি একে থিৰে থিয় হৈ ভৰি টিপি টিপি নাচে, ভৰি দুটা নিলগ হব নোআৰে। আৰু লইঁতে সাৰি সাৰি হৈ নাচে, দেখিবলৈ বৰ চন্দৰ। নচাৰ সময়ত হাঁহিব মাতিব নোআৰে, তুহিন হৈ থাকে। মুনিহবোৰে বেলেগ হৈ নাচ, আৰু দা, জাতি, ঢাল, তৰোআল লৈ খেৰাই। তথাপি তিৰোতাৰ নচা ঠাইলৈ জাব পাৰে, সিইঁতৰ লগত নাচিবও পাৰে, কিন্তু মাত বোল কৰিব নোআৰে; কেৱল গিতহে গাব পাৰে। আৰু এটা আচৰিত কথা দেখিলোঁ; সিইঁতৰ নচা ঠাইৰ মাজত দু কুৰি বা আঢ়ৈ কুৰি হাত দিঘল ভলুকা বাঁহ এডাল ভিতৰত ফোঁপোলা কৰি তাত জিমান তেল ধৰে তিমান ভৰাই তাৰ আগত দহ বা কুৰি টকা ৰূপ বান্ধি সেই বাঁহ ডাল নচা ঠাইৰ মাজতে পোতে, আৰু তাৰ বাহিৰেও তেল ঘঁহে। পাচে এটাই মানুহবোৰত কই, বোলে, এই বাঁহ ডালৰ আগলৈ জেয়ে উঠিব পাৰিব, সেয়ে বাঁহৰ আগত বান্ধি থোআ ৰূপ নিব পাৰিব। পাচে বহু ডেকা মানুহবোৰ উঠিব খোজে, তথাপি এহাতো উঠিব নোআৰে; বাঁহ ডালৰ গোটেই গাই তেল হৈ থাকে, বাঁহত ধৰি উঠিব খুজিলে পিচলি আহে। পাচত এটা ডেকা মানুহে বৰ স্ৰম কৰি উঠি সেই বাঁহৰ আগত জি ৰূপ বান্ধি থৈছিল, সেই ৰূপকে পাঁও পাঁও কেন [illegible] তলত চাৰি পাঁচ ডেকা মানুহ মদ খাই বলিয়া হৈ সি ৰূপ লৰ এতিয়া বুলি সেই বাঁহ ডালত ধৰি জোঁটা পুটিকৈ উঠিবলৈ ধৰোঁতে বাঁহ ডাল মাজতে ভাগি পৰিল। ওপৰলৈ উঠা মানুহটো এক দুপৰ মৰি আছিল, আৰু তাৰ মুৰু ফাটিল; তথাপি ঈশ্বৰৰ অনুগ্ৰহত সি জিলে; কিন্তু তাৰ গা ঘুনিয়া হল। এনেকৈ বচৰে বচৰে বহু মানুহ মৰে, তথাপি সিইঁতে এইটো বৰ তামাচা বোলে। তাত কম্পানিএও একো কৰিব নোআৰে, সিইঁতে আপোন ইচাতে কৰে। এই তামাচা আমি আপোন চকুএ দেখিছোঁ।

চৰাপুঞ্জিৰ নামৰ অৰ্থ এই। সেই ঠাই ওখ পৰ্বত, সদাই জাৰ, এই দেখি তাৰ নাম চৰা। আৰু পুঞ্জিৰ অৰ্থ এই, তাৰ মানুহবোৰে ঘৰক পুঞ্জি বোলে, অৰ্থাত জাৰৰ ঠাইৰ ঘৰ। চৰাপুঞ্জিৰ আৰু মুচমাই পুঞ্জিৰ পচিম ফালে এক ঘণ্টাৰ বাটত এক ভুবনপুৰি আছে, তালৈ পৰ্বতৰ তলে দি সুৰুঙ্গা বাটে জাই, সেই বাটে গৈ পৰ্বতৰ তলৰ মাজত এখন এপুৰামান সমান মাটি পাই তাত পুৰ্বে দেৱতা সকলে, কোনোবা দেৱতা সকলক জল পান কৰাবলৈ সন্দেস, মিঠৈ কৰিছিল বুলি কই। সেইবোৰ এতিয়া সিল হৈ আছে, তাক আজি কালিহে সাজিছে, এনে দেখা জাই; দেখিবলৈ বৰ সুন্দৰ, ৰকম ৰকম মিঠৈ জেনে মতিচুৰৰ লাৰু, চকৰফলা, ইলাচি দানা, খোৰমা, জেলেপি, মিচিৰি নিচিনা; সইলাখে মিচিৰি, হাতত তুলি ললে খাবৰ মন জাই, কিন্তু সিল। তাৰ ভিতৰত বৰ এন্ধাৰ আৰু বহু বাদুলি, তাত আৰিয়া লগাইহে জাব পাৰি। সেই সুৰুঙ্গা বাট কিমানলৈ গৈছে, তাক কেয়ে কব নোআৰে আমি মনেৰে ভাবিছোঁ, সেই সুৰুঙ্গা গোটেই এন তলা চাব খুজিলে আৰিয়া লগাবলৈ ২০০ মোন মান তেল ক্ৰাপৰ হলেও সুৰুঙ্গা বাটৰ ওৰ পোৱাব নোআৰি; তাকে ভুবন পুৰি বোলে। তাক চাবলৈ বহু চাহাব মেম লোক

জাই, আৰু নগত খোআ বস্তু নৈ জাই। চাহাৰ লোকে ভুবন পুৰি চাই এঁটাই পাচে খাই ঘৰলৈ গুচি আহে। আৰু চৰাপুঞ্জি ঠাই এখন পুৰ্ব্বে ইত্ৰৰ অপেম্বৰিৰ নগৰ আছিল বুলি কই; এই কথা বহু মানুহৰ মুখে সুনিচোঁ।

সেই নগৰৰ খাচিয়া ৰায়তে ৰজাক খাজনা নি দিএ। ৰজাই নগৰৰ ওচৰতে এখন হাট বহুআইচে, হাটৰ চাৰিও কালে কিলাৰ নিচিনা সিলৰ গৰ বন্ধাইচে; তাৰ পুবে পচিমে দু খন দুআৰ আচে, সেই দুই দুআৰত দুটা ঘৰ কৰিচে, তাতে ৰজাৰ মানুহ থাকে। জি মানুহ হাটত বস্তু বেচিবলৈ আহে, সেই প্ৰতি মানুহৰ পৰা এক এক পইচা দান লই। প্ৰতি হাটে ৫০। ৬০ ৰূপ উঠে, সেই ৰূপেৰেই ৰজাৰ জিবিকা হই। ৮ দিনৰ ভিতৰত দু বাৰ হাট হই। ৪ দিনত জি হাট হই, তাক সৰু হাট বোলে, ৮ দিনত জি হাট হই, তাক বৰ হাট বোলে। সেই হাটত মানুহ আন্দাজ দুই তিনি হেজাৰ হই। তালৈ বহু ঠাইৰ পৰা মানুহ আহে, ই কালে গুআহাটিৰ পৰা সি কালে চিলট, চাতকৰ আৰু জইন্তাৰ পৰা আহে। সেই জি দু টা ঘৰৰ কথা কৈচোঁ, পইচা কৰ তোলা সেই ঘৰকে সিহঁতে ঘাট বোলে। আৰু তাৰ ৰজাৰ নাম শ্ৰীজুত সোভা চিং। তেঁও বুঢ়া, তেঁওৰ সন্তান আদি একো নাই, কেৱল তেঁও আৰু তেঁওৰ কুঁঅৰি মাত্ৰ।

আৰু খাচিয়া মানুহবোৰে কাপৰ বৰ নে জানে, আন ঠাইৰ পৰা কিনি আনি পিন্ধে, দুভাগ কাপৰ অচমৰ পৰা জাই। সিহঁতে জাৰৰ নিমিত্তে এৰিয়া আৰু মুগাৰ কাপৰ সদাই চেনেহ কৰি পিন্ধে, সেই কাপৰ মুআল কুচিয়া মানুহে নি মৰা পুৰৰ হাটত বেচে, সেই হাটৰ পৰা খাচিয়া মানুহে কিনি আনেগৈ। খাচিয়া মানুহ আমাৰ তৈয়াম ঠাইত থাকিব নোআৰে, কাৰন সিহঁত চেঁচা ঠাইত থকা মানুহ।

চৰাপুঞ্জিৰ পুবে দু দিনৰ বাটত চিলট, কোনো সময়ত পৰ্ব্বতৰ পৰা নামি একে দিনেই তৈয়াম পাই। আৰু চাতকলৈকো সেই মানেইহে। ই কালে চৰাদ্ ফাৰ্লং মান বাট হাটিলে চাহাৰ লোকৰ ৮ দিনৰ বাট, আমাৰ কলা মানুহে ১ দিনে জাই। কিন্তু চাংদিই পৰ্ব্বতৰ ওপৰে ই জাব লাগে। চাহাৰ লোকে পৰ্ব্বতৰে ঘুৰাই ঘুৰাই এনে বাট কৰাই দি প্তায়ে বাগি অহা জোআ কৰিব পাৰে, কিন্তু ঠায়ে ঠায়ে খিয়, সেই নিমিত্তে বাগি দিবলৈ আচল। তথাপি মানুহ অহা জোআ কৰাত অধিক সুম নে পাই। আৰু ঠায়ে ঠায়ে নৈ পাই, সেই নৈৰ ওপৰত হাতি জাব পাৰে এনে চিকন দোব সকত দলঙ্গ বান্ধিচে। চৰা পুঞ্জিলৈ জোআ ৮ দিনৰ বাটত দু খন দলঙ্গ পাই। তাৰে এখনৰ নাম বগা পানি, আন খনৰ নাম বৰ পানি। কিন্তু বগা পানিৰ দলঙ্গ খন পানিএ ভাঙ্গিচে, এতিয়া আকও বান্ধিবলৈ জুগুত কৰিচে। আৰু সেই ৮ দিনৰ বাটতলৈকে টা বঙ্গলা চাহাৰ লোক আৰু বাট কৰা মানুহে অহা জোআ কৰাত জিৰাবলৈ কম্পানিএ বনাই দিচে। সেই বাটতে দুটা গাৰাদ কৰিচে, আৰু এটাৰ নাম মায়ৰঙ্গ, সিটৰ নাম নখোলদৰে তাত সদাই চিপাহিৰ গাৰাদ থাকে।

চৰাপুঞ্জিৰ পৰা গুআহাটিলৈ গলে কিমান ঠাই পাই, তাৰ নাম কঁও সুনা। প্ৰথমত কলা পানি পাই, সেই কলা পানিতহে জানৰ ফাটক দিয়া কইদি থাকে। দ্বিতিয় মফলা ত্ৰিতিয় সঙ্গজী, চতুৰ্থ মাইৰঙ্গি, পঞ্চম নখোলা, সষ্ট মৌপিয়া, সপ্তম জিৰাঙ্গ, অষ্টম ৰানি গুদাম, নৱম খনামুখ, দসম গুআহাটি। এইবোৰ বাটত থকা ঠাইহে, কিন্তু কোনোএ ইমান পলম কৰি নে জাই। কোনোএ ৭।৮ দিনত কোনোএ ৫।৬ দিনতে জাই। আৰু চৰাপুঞ্জিৰ পৰা তিন দিনে ডাক গুআহাটিলৈ আহোয়ে গৈচিল, এতিয়া শ্ৰীজুত হডচন মাজেষ্টৰ চাহাবে ২৪ ঘণ্টাই চলাইচে, অৰ্থাত দু দিনৰ আৰু তাত চোঁৰা কাউৰি মাত্ৰ, পাতি কাউৰি নাই; কাৰন বৰ ওখ পৰ্ব্বত দেখি পাতি কাউৰি নে থাকে।

১৮৫৪ ইং সঁক ২৮ মেই।

শ্ৰী কান্তিৰাম গোঁহাই

## মৰাই থকা গচ ।

**The Tree that never fades.**

আমেৰিকা দেসৰ ভিতৰত এদিন দুটা সৰু বো চোআলিএ কথা বাত্ৰা হঁওতে, তাৰে এটাই কলে, মই আৰু অহা ঘাম কালিত একো বাৰি পতোঁ; কিয়নো আৰ কালিত আটাই গচ মৰি জাই, সেই কাৰনে মই জিয়াই থাকোঁ মানে কোনো গচক প্ৰিতি ন কৰোঁ । কিন্তু এটা চৰাই পোআলি পুহিম, সি হলে আৰ কালিও ন মৰে ।

পাচে বায়েকে মাত লগাই কলে, ভাই, মোৰ এটা সুন্দৰ চৰাই মৰিল, তুমি নে জানিচা? সি ফুল গচৰ সমানো জিয়াই নে থাকিল । তাতে ভায়েকে বুলিলে, আমি সদাই প্ৰিতি কৰিব পৰা এনে কোনো বস্তু নে দেখোঁ । আমাৰ সৰু প্ৰিয় ভাই চৰাইতকৈ আগেয়ে সিৰিল, তাক হলে মই ফুল, চৰাই আদি সকলোতকৈ প্ৰিতি কৰিলোঁ । অহ, জি বস্তু ন মৰে, এনে কোনো বস্তু পাবলৈ মোৰ বৰ সা আছে ।

এই ৰুপ কথা বাত্ৰা কৈ সেই দিন নিয়ালে, আৰু গধুলি সকলো কথা পাহৰি মাকৰ ওচৰলৈ লৰাইতে আপোন আপোন সৰু চকি লৰা আনি, সিহঁতে জি ফুল গচৰ গুটি গোকাই থৈচিল, তাকে টোপোলা বান্ধি থবলৈ নেৰলত, গচ মৰাৰ কথা সিহঁতৰ মনত পৰিল । তাতে ধায়েকে মাকত কলে, আই, তুমি এই ফুল গুটিবোৰ মোৰ জনি ভাইক দিবা, আমি আৰু ফুল বাৰি নে পাতোঁ । সেই ৰুপে ভায়েকেও কলে হই আই, জনি ভাইকে মোৰকো দিবা । মই জদি কেতিয়াও ন মৰা গচৰ গুটি পোআ হলে, বাৰি পাতিলোঁহেঁতেন । কিন্তু আই, কেতিয়াও ন মৰা গচ, আৰু নষ্ট নো হোআ বাৰি কতোবাত আছে নে?

তেতিয়া মাকে বুলিলে, হই মোৰ লাহৰ, কেতিয়াও নষ্ট নো হোআ, এনে এখান বাৰিৰ কথা পাহলোঁ ।

তাতে লৰাই সুধিলে, আই, সেয়ে ৰুপ বাৰি হই নে

হই মোৰ সোনাই, এনে স্বৰুপ বাৰি আছে । সেই বাৰিৰ কথা মই এনেকৈ পঢ়িলোঁ, বোলে, সেই বাৰিৰ মাজে দি ফটিকৰ নিচিনা নিৰ্মল অম্ৰিত পানিৰ নদি বৈ জাই: আৰু বাৰিৰ মাজতে জিৱনৰ গচ আছে; সেই গচত বাৰে মাহত বাৰে বিধ গুটি ধৰে; আৰু তাৰ পাতেৰে দেসবিলাকৰ লোকক স্বস্ত কৰে; তাত সাও আৰু নে থাকে । সেই গচেই কেতিয়াও নষ্ট ন হই; আৰু সেই বাৰিএই স্বৰগ, তাতে ইস্বৰ আৰু মেৰ পোআলিৰ সিংহাসন থাকে । তালৈকে জিবিলাক মানুহ জাই, সেই বিলাকৰ পিত্ৰি ইস্বৰ, তেঁয়ে সিবিলাকৰ পৰা সকলো চকুৰ লো মচি গুচাই, আৰু অনন্ত সুখ দিএ । সেই বাৰিত কেতিয়াও ৰাতি ন হই, তাত চাকি বা সুৰ্জ চন্দ্ৰৰ একোৰো পহৰ নে লাগে । আৰু তাত থকা লোক সদাই জিয়াই থাকে, তালৈ মৰন আৰ নোআৰে । মোৰ প্ৰিয় পুত্ৰ, তোমাক জদি সেই বাৰি আৰু সেই সদাই জিয়াই থকা গচ লাগে, আৰু তাত থকা মানুহৰ নিচিনা তুমি মৰিব নো খোজা তেন্তে এতিয়া ত্ৰান কৰ্ত্তা প্ৰভু য়িচুত বিস্বাস কৰা, তেঁওলৈ প্ৰাৰ্থনা কৰা, আৰু তেঁওক প্ৰেম ভক্তি কৰি জিৱনৰ কাল নিউআ । তেতিয়া সেই প্ৰভুএ তোমাকো তালৈ তুলি নিব, আৰু সদাই তেঁওৰ কোলাত আনন্দেৰে থাকিবলৈ পাবা, অম্ৰিত নদিৰ জল পান কৰিবা, আৰু জিৱন গচৰো গুটি খাবলৈ পাবা । আৰু সেই বাৰিৰ মাজত সুধ সোনাৰ আলিবোৰ আছে, এটা এটা মুকুতাৰে এখন এখন দুআৰ, তাৰ মাজতো অহা জোআ কৰিবলৈ পাবা ।

ন. ল. ফ.





Portrait of the Mogul Emperor Baber, Father of Humayun.

## হুমায়ুন বাদস্যাব বিবৰন ।

The Mogul Emperor Humayun.—Portrait in our last Number.

গত জুন মাহত জি নকচা লিখা আছে, সেয়ে হুমায়ুন বাদস্যাব নকচা; তাক বাবৰৰ বিবৰনৰ ওপৰত ভুল কৰি দিলে। এতিয়া বাবৰৰ নকচা ওপৰত লিখিচোঁ; বাবৰৰ কথা লিখা গল দেখি এই মাহত হুমায়ুনৰ বিবৰন লিখো।

বাবৰৰ পুত্তেক হুমায়ুন ১৫৩০ সঁকত হিন্দুস্থানৰ মহা ৰজা হল। তেঁও জোতিস আৰু আন আন বিদ্যাতো নিপুনি আছিল। তদু লোকক গ্রহন কৰিবৰ নিমিত্তে তেঁও সাতোটা খোঁটালি সুন্দৰকৈ জুগুত কৰিলে, সেই খোঁটালিত বোৰক গ্রহৰ নাম দি কার্ত্তিকৰ খোঁটালিত সেনাপতি, মর্কুৰিৰ খোঁটালিত বিচাৰ কর্ত্তাবিলাক সোমৰ খোঁটালিত কটকি, কবি, এই ৰূপে সেই সাত খোঁটালিত সকলো লোকক গ্রহন কৰি দর্সন কৰালে। তেঁওৰ ভায়েক কামিৰাৰ কাবুলৰ অধিকাৰ হৈচিল। সেই কামিৰানে পঞ্জাব দেসৰো অধিকাৰ হব খুজিচিল, তাতে হুমায়ুনে ভায়েকেৰে বন কৰিবৰ মন নো হোআত এৰি দিলে।

পাচে হুমায়ুনৰ অহিতে সেৰ নামে একজন সত্রু ওলাল। সেই মানুহৰ নাম প্রথমতে

ৰুক্মিন্দ আচিল, পাচে ৰজাৰ আগ চকুত তা-হুৰ বাঘ এটা মৰাত তাক স্যেৰ অৰ্থাত সিংহ নাম দিলে। আৰু গুজৰাটৰ ৰজা বাহাদুৰেও তেঁওৰ অহিতে ৰন কৰিলে। হুমায়ুনে বাহা-দুৰক জিনি চপানিৰ কোঁঠ আৰু চুনাৰ নগৰ আদি কৰি ললে। এনে সময়ত তেঁওৰ ভায়েক কামিৰান আৰু হিন্দাল দুয়ো দ্ৰোহ আচৰা সুনি উভতি আহিল। তাতে আগৰা নগৰ নৌ পাওন্তেই ফৌজে সৈতে স্যেৰে জুধ ধৰি ১৫৩৯ সঁকত তেঁওক জিনিলে। পাচে হুমায়ুনে পলাই গৈ অমৰকোঁঠ নগৰ পালত তাৰ ৰজাই তেঁওক গ্ৰহন কৰিলে। সেই ঠাইতে আকবৰ নামে তেঁওৰ এজন পুত্ৰ উপজিল। কিন্তু সেই লৰু লৰাক কামিৰানে এজন সেনাপতিৰ দোআৰাই কাৰ্হি নিলে। ক্ৰমে খোৰাচান আৰু পাৰ্চি দেসলৈ গৈ তাতে তিনি বচৰ থাকিল।

১৫৪৫ সঁকত স্যা তুমাস্প নামে পাৰচি দেসৰ এজন ৰাজ মন্ত্ৰি তেঁওৰ সহাই হৈ কাবুল দেস লবলৈ ১০,০০০ ঘোৰা চিপাহি পঠালে। পাচে হুমায়ুনে কাবুল নগৰ বেৰি ধৰাত কা-মৰানে আকবৰ লৰাক বাপেকক ভই লগা-বলৈ গৰৰ ওপৰত দেখাই দিলে। তাতে হুমা-য়ুনে বুজাই দিলে, জদি সেই লৰাক মাৰ, তেন্তে নগৰৰ এজনকো নেৰি সকলোকো মাৰিম। সেই কথাৰে কামিৰানে ভই পাই লৰাক নে মাৰি-লে। পাচে কামিৰানক ধৰাত বৰুআ ফুকন সক-লোএ তাক মাৰিবলৈ আলচ দিলে, কিন্তু হুমা-য়ুনে তাৰ চকু আকন ঐঠাৰে কনা কৰাই প্ৰান ৰাখিলে। পাচে হিন্দুস্থানক আক্ৰমন কৰি ১৫৫৪ সঁকত সিন্ধু নদি পাৰ হৈ লাহোৰ নগৰক ললে। পাচে দিলিৰ বাদস্যা চিকন্দৰে জয় কৰিবলৈ ৮০,০০০ ঘোঁৰা চিপাহিএ সৈতে ওলালত হুমায়ুন, আকবৰ জুবৰাজ, আৰু বহ-ৰাম উজিৰে সৈতে সকলো সত্ৰু জিনি দিলি নগৰত সোমাল। ১৫৫৫ সঁকত হুমায়ুনে গধুলি বেলা ওপৰ পিৰালিত নেমাজ কৰি এটালত জখলাত নামিব খোজাত পিচলা খাই ওপৰৰ পৰা তললৈকে বাগৰি গল, সেই দুখে-ৰে চাৰি দিনৰ মুৰত মিত্ৰু হল। ॥

## আগষ্ট, অৰ্থাত ভাদৰ পঞ্জিকা।

Almanac for August, A. D. 1854. Asam Era, 1776.

| আগষ্ট | শাওণ | বাৰ | তিথি | দিনমান | আগষ্ট | ভাদ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ৩ | ৭ | ১৩।১৬ | ১৬ | ১ | ৪ | ২৩ | ১২।৫৭ |
| ২ | ১৯ | ৪ | ৮ | ১৩।১৫ | ১৭ | ২ | ৫ | ২৪ | ১২।৫৬ |
| ৩ | ২০ | ৫ | ৯ | ১৩।১৪ | ১৮ | ৩ | ৬ | ২৫ | ১২।৫৪ |
| ৪ | ২১ | ৬ | ১০ | ১৩।১৩ | ১৯ | ৪ | ৭ | ২৬ | ১২।৫৩ |
| ৫ | ২২ | ৭ | ১২ | ১৩।১২ | | | | | |
| | | | | | ২০ | ৫ | ১ | ২৭ | ১২।৫২ |
| ৬ | ২৩ | ১ | ১৩ | ১৩।১০ | ২১ | ৬ | ২ | ২৮ | ১২।৫০ |
| ৭ | ২৪ | ২ | ১৪ | ১৩।৯ | ২২ | ৭ | ৩ | ২৯ | ১২।৪৯ |
| ৮ | ২৫ | ৩ | ১৫ | ১৩।৮ | ২৩ | ৮ | ৪ | ৩০ | ১২।৪৮ |
| ৯ | ২৬ | ৪ | ১৬ | ১৩।৭ | [illegible] | ৯ | ৫ | ১ | ১২।৪৬ |
| ১০ | ২৭ | ৫ | ১৭ | ১৩।৫ | ২৫ | ১০ | ৬ | ২ | ১২।৪৫ |
| ১১ | ২৮ | ৬ | ১৮ | ১৩।৪ | ২৬ | ১১ | ৭ | ৩ | ১২।৪৪ |
| ১২ | ২৯ | ৭ | ১৯ | ১৩।২ | | | | | |
| | | | | | ২৭ | ১২ | ১ | ৪ | ১২।৪২ |
| ১৩ | ৩০ | ১ | ২০ | ১৩।১ | ২৮ | ১৩ | ২ | ৫ | ১২।৪০ |
| ১৪ | ৩১ | ২ | ২১ | ১৩।০ | ২৯ | ১৪ | ৩ | ৬ | ১২।৩৯ |
| ১৫ | ৩২ | ৩ | ২২ | ১২।৫৮ | ৩০ | ১৫ | ৪ | ৭ | ১২।৩৮ |
| | | | | | ৩১ | ১৬ | ৫ | ৮ | ১২।৩৬ |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

Receipts for the Orunudoi—Gowahati.

| | |
|---|---|
| Col. F. Jenkins, 1853-54 | 20 Rs. |
| C. K. Hudson, Esq 1846-54 | 18 Rs. |
| W. Beecher, Esq. 1847-54, | 8 Rs. |
| W. Robinson, Esq. 1854 | 4 Rs. |
| Rev. A. H. Danforth, 1854 | 1 R. |
| Rev. W. Ward, 1854 | 1 R. |
| শ্ৰীজুত বাবু সন্তোনাথ মুনচেফ, ১৮৫৩ | ১৲ |
| শ্ৰী পোআল চন্দ্ৰ, ১৮৫৪ | ১৲ |
| শ্ৰী বিপচু জদচন, ১৮৫৪ | ১৲ |
| শ্ৰী ধনি লুচিএন হেইদন, ৬ মাহ | ৷৷ |
| শ্ৰী দুগুৰা, ৬ মাহ | ৷৷ |

Receipts for the Orunudoi—Sibsagor.

| | |
|---|---|
| Capt. E. T. Dalton, 1853-54 | 10 Rs. |
| Rev. E. H. Higgs, 1853-54 | 12 Rs. |
| Mr. F. Mention, 1853 | 1 R. |
| শ্ৰীজুত বাবু কিৰ্ত্তিনাথ ফুকন মুনচেফ, ১৮৫৪ | ১৲ |
| শ্ৰীজুত বাবু উমাৰাম ডেকা বৰুআ দাৰোগা জইপুৰ ১৮৫৩-৫৪ | ২৲ |
| শ্ৰী ঘিনাই জৰ্জ বোৰ্দমান, ১৮৫৪ | ১৲ |

Receipts for the Orunudoi—Nowgong.

| | |
|---|---|
| শ্ৰী ঘিনাই লাইনচ পেক, ১৮৫৩ | ১৲ |
| শ্ৰী জুবমন গগৈ, ১৮৫৩ | ১৲ |

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press.*

# অৰুনোদই

৯ বচৰ ।　　শোং শিৱসাগৰ, আগষ্ট, ১৮৫৪ ।　　নম্বৰ ৮ ।

VOL. IX.　　SIBSAGOR: AUGUST, 1854.　　NO. 8.

## নানা দেসৰ সম্বাদ ।

Journal of Events.—Sailing of the Turkish Fleet.

বুজুকদিৰ ঘুলিৰ পৰা তুৰুকি জাহাজবোৰ ওলাই, বিলাক সমুদ্ৰৰ দখিন ফালে ৰুচিয়াৰ জি কোঁঠ নগৰ আচে সেইবোৰক জুধ কৰিবলৈ গল । সেই জাহাজ সকলৰ মাজত মহমুদি নামে ১২৪ বৰ টোপ থকা জাহাজ প্ৰধান; তাত আহমত বাদস্যা, আদ্মিৰল সেনাপতি থাকে; আৰু তাত বাজে ২০ কুৰি খান বনুআ জাহাজ তেঁওৰ অধিন হৈ আছে ।

The Steamer Tiger taken near Odessa.

ওদেচা নগৰৰ ওচৰত তাইগৰ নামে ইংৰাজি ভাপ জাহাজ কুঁঅলিত বালিত লাগি ৰল । ৰুচিয়াবিলাকে তাকে দেখি তপত গুলিৰে গুলিয়াবলৈ ধৰিলে; পাচে জাহাজি লোকে সহিব নোআৰি সৰনাগত হল, জাহাজকো এৰি দিলে ।

Occupation of Greece by the French.

গ্ৰিক দেসৰ ওথো ৰজা ৰুচিয়াৰ ফলিয়া হোআত ফ্ৰাঞ্চিৰ সেনা সেনাপতিএ আথিনি ৰাজ নগৰত সোমাই তাক ললে, আৰু তাৰ ৰজা ৰানিএ সেই নগৰ থন এৰি আন ঠাইলৈ গল ।

Gustafsvern bombarded by Sir Charles Napier.

বলতিক সাগৰত চেৰ চাৰ্লচ নেপিয়ৰৰ চাহাবে গষ্টাৱৰ্ন কোঁঠ আৰু নগৰ থনো জুধ কৰিবলৈ তিনি থন জাহাজেৰে আহি ১০০০ হাতৰ আঁতৰত থাকি বম গুলিৰে গুলিয়ালে ।

Wreck of the P. O. Steamer Douro.

ডোৰো নামে এখান ভাপ জাহাজ খেহ দেসৰ পৰা আহোঁতে মাজত থকা এক সৰু মাজুলিত খুন্দা লাগিলত এহআৰ নোআৰিলে । মানুহ আৰু বস্তু সকল সহ সৰু নাৱত তুলি ৰখ্যা কৰিলে ।

The Ericsson Caloric Ship.

আমেৰিকা দেসত জি জাহাজ তাপৰ বেগেৰে আৱলৈ কৰিচিল, তাক ঘণ্টাই পতি ১২ মাইল চলাব পাৰিচিলে; কিন্তু ধুমহা বতাহত সহো খিলিকি দুআৰ ভালকৈ ন মৰাত পানি সোমা মাই জাহাজ বুৰিল । পানি বৰ দ ন হহল এই হেতুকে জাহাজ তুলিবলৈ উপাই কৰিচেয়া

Veracity of the Orunudoi.

আমি আন জিলাৰ পৰা বাত্ৰা পাইচোঁ জুলাই মাহৰ অৰুনোদইত কেতবিলাক আচৰিত কথা লিখাৰ কাৰনে অনেক লোকে আমাক মিচা সঁচাৰ একো বিবেচনা ন কৰে বুলি হাঁহিচে । দলৰ পৰা ধুঁআ ওলাই, পুখুৰি গাখিৰ হই, সাপ বেঙ আদিএ কথা কই, ইয়াকে চাহাব লোকেও পতিয়াইচে হবলা এই বুলি আমাক নিন্দা কৰে । সেই কথা সুনি আমি পৰিস্ৰমেৰে সুধি সুধি জি ঠিকনা পালোঁ, তাকে আমাৰ দাই গুচাবৰ নিমিত্তে লিখোঁ ।

Water turned into Milk.

পুখুৰিৰ পানি গাখিৰৰ নিচিনা বগা হোআ কথা আমি স্বৰূপ জেন দেখোঁ কিয়নো কেবল এই বচৰ ন হই, ইয়াৰ আগেএও চাৰি পাঁচ বচৰ এই ৰূপ বগা হোআ আমি পুখুৰি পাৰ থাকি আপোন চকুএ দেখিলোঁ । তাৰ কাৰন জানোঁ বা নে জানোঁ, তথাপি জি কথা স্বৰূপ,

ভাক আমি লিখিব পাও । যেজান তবাব গতি আক ধুম কেতু, ভূইকঁপ আদি হোআব কাবন কোনেও ভালকে নে জানে; তথাপি সি ঘৰূপ হোআত আটায়ে লিখে, কাবো সংশয় ন হই । পানি বগা হোআব কাবন আমি এইটো অবিচোঁ এসানাব পবা সমুদাই তিনি চাবি দিন বতাহ ববাত বনব আক পদুনব কেনবব ধুলা আদি পিঠা গুবিব নিচিনা জি দেন পবি জমি পানিব তলত তোধব তোধব হৈ থাকে, তাকে চৌব বেগে তুলি ইপাবলৈ পেলোআত সেই ধুলিএই পুনব তলৈ ন বহি কিচু দিনলৈ পানিত মিহলি হৈ বগা হৈ থাকে । পাচে টৌ গুচিলে ক্রমেবে সেই বস্তু বহি জাই, আক পানিও আগব দবে চাফ হই । আমি জেতিয়া সেই পানি হাতত লৈ চাই-চিলোঁ, তেতিয়া পানিব লগতে সেই বগা গুবি-বোবো ভালকৈ দেখিচিলোঁ; কিয়নো গাখিব আদি আন কোনো বস্তুব দবে সি নিচেই মিলি হৈ নে জাই, পিঠাব দবে গুবি হৈ থা-

The Smoking Temple.

আক দলব কলচিব পবা ধুঁআ ওলোআব কথাও ঠিকৈক সুধিলোঁ, তাব অনেক ভাল মানুহ সাখি ওলাইচে, প্রাই দেস ধনেই ঘৰূপ হোআ বুজে । সবহ ভাগে বোলে, আমি বাতি পুআব বেলা দেখিলোঁ; অর্থাত সেই সময়ত কুঁঅলি সবহ হোআত মানব গুলি সবকি জোআ বিদ্ধাই দি বতাহে সুমাই সি ফালব সক বিদ্ধাই উলিওআত ধুঁআ জেন দেখা জাই । নিতনাগবত কিমান কুঁঅলি হই, তাক আন জিলাব লোকে অনুভও ন কবে; খবালি প্রায়ে এঘাব বাব বজালৈকে থাকে । আক জেঠ আহাবত কিমান তাপ হই, তাকো দেখাইহে বজিচে । কলচিত দিনটো বদ পবাত তিনি পব মান বেলিব পবা সি পানি অপতোআ টৈকেলিব মিচিনা, প্রাই চুবই নোআবি । আক তাব বিদ্ধাই দি ববখুনব জি পানি সোমাই থাকে, আমি ভাবিচোঁ, সিও প্রাই উতলিবলগা হৈচে । তাত এটি মাচ সুমাই দি-

লে, সি জিয়াই নে থাকে, সিজিব; থাই চালেহে বুজিব পাবে । বাক চোআচোন, এনে স্থপত ঠাইব পবা কেতিয়াবা কেতিয়াবা চিলিমব নিচিনা একেবি ধুঁআ ওলালে তাক কি আচবিত বুলিব লগা কথা! কুবি জন সাখি থকাতো আমি তেনে কথা লিখিবলৈ সংসই কবিম নে?

Village Reports.

জিলাব ভিতবব জি কথা আমি অৰুনোদইত লিখিচোঁ, তাত সংসই নাই । কিন্তু পর্বতব দাঁতিত আক আন আন ঠাইত মানুহে জি জি কথা কোআ কুই কবে, তাক সঁচা নে মিচা আমি ঠিককৈ কব নোআবোঁ; আক তাক অৰুনোদইতো ঠিক বুলি লিখা নাই, কেবল পাঠক সকলে সঁচা মিচা বিবেচনাবে চাবলৈহে লিখিলোঁ; কিন্তু এনে জি জি আচবিত কথা আমালৈ পঠাইচে, আমি তাব অলপহে লিখিলোঁ; আক এখান বান্দবব চিঠি মাত্র, তাক আমিও ঘৰূপ জেন নে ভাবোঁ । বান্দবব আন আন কথা, আক সাপব মুখত ওলোআ কথা, মাকব পেটত থকা লবাব কথা ইত্যাদিবে আমাব চন্দুক পুব হল, অৰুনোদইত চাঁপিবলৈ ঠায়ে নো জোবে ।

Extraordinary Occurrence.

সম্প্রতি জইপুবব পবা শ্রীজুত উমাবাম সর্মা দাবোগাই এই কথা লিখিচে, আমাব থানাব অধিনব খাদুম গাঁৱব একনি তিবোতাব ৭ মহিয়া গর্ভ হোআত তাইব পেটব লবাই কান্দিবলৈ ধবিলে, সেই কন্দা প্রাই ভেঁকোলা বেঙ্গব মাতব নিচিনা সুনা জাই ।

ৰাক সেই গাঁৱবে চৈধ্য বচবিয়া একনি চোআলিব মুবব ওপবে মাজ তালুএ দি ফুটি নখে সৈতে পাঁচোটা আঙুলিব চিন কিচুমান ওলাইচে । দাবোগাই ইয়াকে সুনি আপোন চকুএ দেখিবব নিমিত্তে সেই চোআলি জনি আনিবলৈ মানুহ পঠাইচে; তাই পালেহি জি জি ৰূপ কথা হই, তাক বিসেস ৰূপে লিখি আমালৈ পঠাম বুলিচে ।



Bronze Image (of the Grand Lama:) dug up near the old Palace at Rengpur.

ৰঙপুৰ পুৰনি নগৰত থকা গোঁসাইৰ তলা মূৰ্ত্তি।

Bronze Image dug up near Sibsagor.

তিবেত দেশি লোকৰ নিচিনা এক পোৰোহিতৰ মূৰ্ত্তি আগৰ বছৰত ৰঙপুৰত খানি উলিয়ালে। সেই মূৰ্ত্তিৰ নকচা শ্ৰীযুত মেজৰ হেনি মেন চাহাবে অনুগ্ৰহ কৰি দিয়াত আমি এই মাহৰ অৰুনোদইত চাপি দিছোঁ। এয়ে কাৰ মূৰ্ত্তি, তাক ঠিককৈ কব নোৱাৰোঁ; আন্দাজে তিবেত দেশৰ লামা গোঁসাইৰ মূৰ্ত্তি হব পাৰে।

Antiquities in North America.

উত্তৰ আমেৰিকাৰ সিলনি পৰ্ব্বতৰ পচিম ফালে বৰ এখান মৰু ভূমি আছে। এতিয়া সেই ঠাইত অহা যোৱা কৰা মানুহে কওঁ, সেই ঠাইত সিলেৰে সজা পুৰনি নগৰৰ ভগা চিগাবোৰ পৰি পৰি আছে। এঠাইত এখান এতাঁৰ মান বহল সিলেৰে সজা নগৰ আছিল তাৰ আলিবোৰ সমানে খোটাসি খোটাসিকৈ কৰা আছিল। নগৰৰ মাজত ২০ হাত মান ওখ বৰ ডাঙৰ সিল আছিল, তাৰ ওপৰত সিলেৰে ঘৰ কৰা চিনা আছে বিল নামে একজন চাহাবে আম এঠাইত সিলৰ সকত কোঁঠ

এখান পালে, তাত দু কুৰি দোখোঁটালি আ-চিল । আৰু এঠাইত সিলৰ সাঁকোৰ নিচিনা সাতোটা গৰ পালে, সি মুঠে ৪০০ হাত দি-বল । এতিয়া তাত একো নৈ নাই । আৰু এঠাইত এজাত আদি বাসি লোক আচে, সি-হঁত আনবোৰ নগাৰ নিচিনা বৰ কলাও ন হুই, ইংৰাজিৰ নিচিনা বগাও ন হই, মাজতে ।

Consequences of Anger.

আমেৰিকাৰ উইস্কন্সিন প্ৰদেসত থকা এজন মানুহে চুবুৰিয়াক এহাল গৰু বেচি তাৰ দা-মত হুণ্ডি পাই মেজত পেলাই থৈ সেই গৰু উলিয়াই দিবলৈ গোহালিলৈ গল । পাচে ঘৰ-লৈ আহিলত তাৰ লৰাই সেই হুণ্ডিবোৰ জুই সালত পেলাই পুৰিলে, ইয়াকে দেখি খঙ হৈ লৰাক হাতেৰে টেঁচা মৰাত তাৰ মুৰ লো-হাৰ জুই সালৰ চুকত লাগি বৰ দুখ পাই মৰিল । তেতিয়া মাকে আন খোঁটালিত সৰু লৰা এটিক চৰিয়াত পানিৰে ধুই আচিল; তাই সবদ সুনি বৰ লৰাক চাবলৈ সৰকটোলৈ খেয়ান কৰি পানিত এৰি গল; পাচে আহি সেই লৰাও পানিত মৰি থকা দেখিলে । এই ৰুপ বাপেকে আপোনাক পুত্ৰ হিন হোৱা দেখি বেজাৰ পাই হিলৈ লৈ মুৰত লগাই আপোনাৰ মুৰত গুলিয়াই আপোন ঘাতি হল । হে মুনিহ তিৰোতা সকল মানুহে আপোনাৰ পৰিয়ালৈ খঙ উঠি মৰাত কিমান মহা দুখত পৰিল, আৰু আপোনাৰ প্ৰানকো হেৰুআলে ।

Distribution of the Bible in Europe.

বলতিক আৰু বিলাক সমুদ্ৰত বন কৰিবলৈ জোৱা জাহাজৰ লোকৰ মাজত বিলাবৰ নিমি-ত্তে ইংৰাজি ধৰমি লোকে ৫০,০০০ নতুন নিয়মৰ সাস্ত্ৰ পঠাইচে । ফ্ৰাঞ্চ দেসত এই বচ-ৰৰ ভিতৰত ১০০০০ সাস্ত্ৰ পুথি বিলোৱা হৈচে । ইতালি দেসত ৮০,০০০, আৰু জৰ্মা-নি দেসতো আগতকৈ অধিক দিয়া হৈচে ।

Pocket New Testament in Bengali.

কলিকতাত সৰু সৰু আখৰেৰে নতুন নিয়মৰ পুথি চাঁপিচে । তাৰ ৪৩৬ পিঠি মাথোন আচে, গাও বুৰি ঝাঁওতে ন হোৱাৰ কাৰনে হাতত লবলৈ চিল । তাৰ দাম ।৵; চালেৰে বন্ধা হলে ৸ । গিতৰ পুথিএ সৈতে বান্ধিলে এটকা লই ।

Missions in Burmah.

শ্ৰীজুত পাদুৰি কিঙ্কেদ আৰু চাইমন চাহাবে মান দেসৰ প্ৰোম নগৰ জানুআৰি মাহত পা-লে, পাচে ৪ মাহৰ ভিতৰত ২৭ জন মান লোকে প্ৰভুত বিস্বাস কৰি বুৰ পালে । সেই দেসৰ ঠায়ে ঠায়ে এবচৰৰ ভিতৰত মান লোক প্ৰাই এস, আৰু কাৰেন লোক এহেজাৰ বুৰ পোৱা হল ।

Baptisms at Tezpur.

শ্ৰীজুত পাদুৰি হেচলমায়ৰ চাহাবৰ হতু আই জোৱা মাহত ৪ জন মানুহে খ্ৰিষ্টিয়ান ধৰমত বিস্বাসি হৈ বুৰ পোৱা হল ।

Domestic Occurrences.

নগাঁও জিলাত জুলাই ৯ তাৰিখত শ্ৰীজুত ব্ৰুঞ্চন চাহাবৰ দোআৰাই শ্ৰীমান পিতৰ কেল-নৰ আৰু শ্ৰীমতি পৰ্বাহিৰ বিবাহ কৰা হল ।

সিৱসাগৰ জিলাত জুলাই ১৩ তাৰিখত চামু-এল আলিম কালডোএল নামে চাপাখানাৰ এজন লোক ২০ বচৰ বয়সিয়া হৈ মৃিত্যু হল ।



## মান্যবৰ স্ৰিজুত অৰুনোদই সম্পাদক মহাসয়লৈ নিবেদন ।

Aerial Castle building.

প্ৰিয় মহাসই,

দেসৰ উপকাৰৰ নিমিত্তে মই লিখা এই কথাটি আপোনাৰ সমাচাৰ পত্ৰৰ একালে লিখি আমাক সন্তোস কৰাব, এই বাঞ্চা ।

এলনাস্কৰ নামে এজন বৰ এলেহুআ লোক আছিল, সি তাৰ বাপেক জিয়াই থকা কালৰ ভিতৰত কেতিয়াও বনত হাত নি দিলে । বাপেক নৰাৰ সময়ত তাৰ নিমিত্তে তেঁও পাৰ্চি দেসৰ দ্ৰাম নামে এক স ৰুপ ৰাখি গল । এলনাস্কৰে সেই ৰুপ ভাল মতে বেৱহাৰ কৰিবৰ নিমিত্তে কাঁচৰ সজা বস্তু আৰু উত্তম ম্ৰিত্তিকাৰ পাত্ৰ কিছু তাৰে কিনিলে । সেই সকল বস্তু সি এটা বহল পাচিত ভৰাই, এখনি সৰু বজাৰ দিবৰ মনেৰে সেই পাচি ভৰিৰ আগত থৈ, কিনাগবাকি পাবৰ আসাৰে বেৰত আউজি আছিল । সি এই দৰে পাচিলৈ চাই থাকোঁতেই এক বৰ মোহিত ভাবনাত পৰিল । আৰু সি তলত লিখাৰ দৰে আপোনা আপুনি কথা কঁওতে এজন ওচৰ চুবুৰিয়াই লুকাই থাকি সেই কথা সুনি আছিল । সি বুলিলে, এই পাচিটো চাউকত বেচা বেপাৰিক এস দ্ৰাম দি কিনিলোঁ, এই প্ৰিথিবিত এয়ে মোৰ জথা সৰ্বস্ব । মই থুচুৰিয়াকৈ বেচিলে ইয়াৰে অতি সিঘ্ৰে দু স কৰিব পাৰিম । সেই দুসৰ পৰা কিছু কালৰ পাচত চাৰি স হব । এই দৰে কোনো সময়ত অনায়াসে চাৰি হেজাৰ হব । চাৰি হেজাৰ টকাৰ পৰা আঠ হেজাৰ হোৱা টান ন হই । এই দৰে জেতিয়া মই দহ হেজাৰ টকাৰ গৰাকি হম, তেতিয়া মই কাঁচৰ বস্তু বিক্ৰি কৰা বেপাৰ এৰি ৰাখৰৰ বেপাৰি হম; তেতিয়া হিৰা মুকুতা আৰু সকলো ৰকমৰ বহু মুল্যৰ ৰাখৰৰ বেপাৰহে কৰিম । জেতিয়া মোৰ মনৰ জোখাৰে ধন পাঁও, তেতিয়া মই কিছু মাটি, বাৰি দাস, দাসি, কাফ্রি খোজা মানুহ আৰু ঘোৰা সহিতে থকা এক অতি উত্তম ঘৰ কিনিম । তেতিয়া মই আপোনা আপুনি সুখ ভোগ কৰিম, আৰু জগত খনেই মোৰ নাম সুনিব । মই ইয়াকে কৰিলেও এক লাখ টকা ন হই মানে বেপাৰ কৰিহে থাকিম । জেতিয়া এই দৰে মই এক লাখৰ গৰাকি হম, তেতিয়া বজাৰ কোঁঅৰৰ নিচিনা হৈ ৰজাৰ প্ৰধান মন্ত্ৰিৰ জিএকক বিয়া কৰাবলৈ খুজিম । আৰু সেই মন্ত্ৰিৰ জিএকৰ সুঅনি, বুধিয়ক, পৰিনাম দৰ্সি (আগলৈ চাই কাম কৰা) আৰু আন আন ভালৰ গুনৰ কথা মন্ত্ৰিক জনাই, তাৰ পাচত এই কথা কম, জে আমাৰ বিবাহৰ ৰাতিত তেঁওক এক হেজাৰ সোনৰ মোহৰেৰে মৰ্জাত ধৰিম ।

মই প্ৰধান মন্ত্ৰিৰ জিয়েকক বিয়া কৰিলে, মই তাইৰ নিমিত্তে ৰুপলৈ পোৱা সৰু আৰু ভাল চাই কাফ্রি খোজা দহোটা মানুহ কিনিহে দিম । পাচে মই অনেক ঠাটে কটকেৰে গৈ মোৰ সহুৰক দেখা কৰিম, আৰু তেঁও জিতাৰ কৰ গৌৰৱৰ নিমিত্তে মোক অৱস্যে তেঁওৰ সোঁ হাতৰ পোনে বহুআব; মৱো সেই সময়তে পূৰ্বে দিম বোলা সোন হেজাৰ দিম । পাৰকি তেঁওৰ বৰ ঐস্বৰ্জ হবৰ নিমিত্তে আৰু এহেন মে সোনৰ এটা মোনা এই কেই আসাৰ কথাম কৈ দিম, “মহাসই তুমি চোআচোন, মই আৰু, পোন কথাত থকা মানুহ, আৰু জিমান দিঁচো বোলোঁ সদাই তাতকৈ সৰহ দিঁও ।” পাচে কুঁঅৰিক মোৰ ঘৰলৈ আনিলে মোৰে লাস বিলাস কৰাৰ পূৰ্বেই মোক মান্য কৰিবৰ নিমিত্তে সিকাম, এই হেতুকে তাইক এটা ঘৰত বক্তকৈ ৰাখিম, আৰু অলপিয়াকৈ দেখা দি এটা বা দুটা কথা কম । তাইৰ নগৰ মানুহে মো নিৰ্দয়াৰ নিমিত্তে তাইৰ সান্তনা নাই বুলি মোক জনাই তাইক প্ৰেম কৰিবলৈ আৰু মোৰ ওচৰত বহুআবলৈ কান্দি কব, কিন্তু মই নিৰ্দয়া হৈহে থাকিম । পাচে তাইৰ মাকে তাইক লৈ মোৰ কোথলৈ আহিব, জিএকে চকুৰ পানিৰে মোৰ ভৰিত পৰি মোৰ প্ৰেমৰ পাত্ৰ হবলৈ প্ৰাৰ্থনা কৰিব; তেতিয়া মোৰ নৰিললৈ তাইৰ ৰবাক মান উপজিবলৈ

মোৰ চেৰ মাৰি তাইক মোৰ কোথৰৰ পৰা কিচু তৰি দূৰৈত পৰাকৈ গোৰ মাৰি পঠাম। সেমাত্ৰকে ঐই সপোনে সমুদাই ৰুপে গিলিসত সি মনেৰে যি কথা ভাবিচিল, তাক তৰিয়ে ন কৰাকৈ থাকিব নোআৰি, দুৰ্ভা' ক্রমে চনকা বস্তুৰ পাচিত অৰ্থাত তাৰ সকলো ঐশ্বৰ্য্যৰ মুৰত লাথি মাৰি কাঁচ মাটিৰ বস্তুবোৰ তাৰ ওচৰৰ পৰা আলি ব টৈল পেলালে, তাতে সকলোবোৰ হেজাৰ ভেথৰ মান হৈ ভাগি গল।

এই দৰেই হে সম্পাদক মহাসই, আমাৰ দেসৰ অনেক বজা গোঁহাই সকলৰ লৰাটিইঁতে আগৈল সিৰিলাকৰ উত্তৰাধিকাৰি হম আৰু পেঞ্চিয়ন পাম, এই আসাতে ন পঢ়ি মু মুনি কেৱল মিচা গপতে অনেক কাল কটাই; কিন্তু বৰ মানুহ হলেও বিদ্যাত অইনতকৈ ভাল হলেহে সুখ্যাতি হব, এনে কেতিয়াও নে হাবে, কিয়নো সিৰিলাকৰ ওচৰত দুটা চাইনিকৈ কানিৱা উচটাই থোআ মানুহ থাকে। সেই মানুহৰ কথাকে সিৰিলাকে বেদৰ কথা ৰৱ মানি পঢ়া সুনালৈ মন নে মেলি সিহঁতৰ সহিতেই কুকথা আৰু মিচা গপতে ৰাদ লিয়াই থাকে। ইয়াতে মই দেসৰ এনে ভলৈল জোআ বুধি দেখি সহিব নোআৰিহে লিখিচোঁ। আৰু এনে বাপ্সা কৰোঁ যে বজা, গোঁহাই, ফুকন, বৰুৱা আদি লোক সকলৰ যি খিনি লৰাৰ জানৰ হৈ পঢ়িবৰ দিন গল, সেই খনিক এৰি জিটিইঁতৰ পঢ়িবৰ কাল আছে, সিৰিলাকে কালে নো পোআলৈকে মিচাত কাল ন কটাই বাপেক মাকে অনেক স্রম কৰিও পঢ়াই গিয়ানৱন্ত কৰোক। তাটি কালে কলিকতাত বৰ বৰ বাবু সকলৰ কথাকে ন কৈও লিচেই বুধিয়াবোৰেও মাগি খুজিএই মাহে মাহে ২।৩ টকাকে দিও পুস্তকইতক বিদ্যা সিকাইছে, কিয়নো সাস্ত্ৰত লিখিচে,

বিদ্যা দদাতি বিনয়ং বিনয়াদ্যাতি পাত্ৰতাং।
পাত্ৰত্বাদ্ধন মাপ্নোতি ধনাদ্ধৰ্ম্মং ততঃ সুখং।

বিদ্যা হলে বিনই হই, বিনইৰ পৰা কৰবাৰ পাত্ৰ হই, পাত্ৰৰ পৰা ধন উপাৰ্জন কৰিব পাৰে। ধন হলেই ধৰম কৰিবলৈ সক্তি হই, ধৰমৰ পৰা পৰম সুখক পাই। ইয়াকে জানি ভাটিৰ সকলোএ সিখ্যা কৰাই; কিন্তু আমাৰ দেসতো সকলোএ এই বচনটি জানে, তথাপি কেৱে ইয়ালৈ মনকে নি দিএ। আৰু দেখাচোন, আমাৰ ইয়াত পাদুৰি চাহাবৰ আৰু কম্পানিৰ অনুগ্রহত ধন নি দিয়াকৈএ সকলোএ অচমিয়া বিদ্যা যে পঢ়িবলৈ পাইচেই, ইংৰাজি বিদ্যাও অৰ্থে সৈতে পঢ়িবলৈ পাই, তেও যে বাপেক মাকে ন পঢ়াই আৰু লৰাইঁতবো মন নাই, এইহে বৰ আচৰিত।

Lakhmilal Dutt.

সিৱসাগৰ, ১৩ জুন, ১৮৫৪।

## সাঁথৰ দিয়া।

Riddles.

১। এক্ষনিতে জেৱনি,
তাইৰ নাম বতি,
একুৰি এটা লৰা পাই,
হৈছে, গৰ্ভৱতি।

২। বিধতাৰ সৃজন ঘৰ নাই কিয়া দুআৰ,
জোগি পুৰুস বহি তাতে থাকে নিৰাহাৰ;
জেতিয়া হই সেই পুৰুস পুৰ্ন বলবান,
বিধতাৰ ঘৰ ভাঙ্গি কৰে খান খান।

৩। এক গোট জন্তু আচে, মনুস্যো তুল্লই;
কঁপালে ত্ৰিসুল, তাৰ কঁকাল ভেঙ্গুৰ,
দহ ধন তৰি, তাৰ পাঁচ গচ নেগুৰ।

৪। গোবিন্দৰ কৰাই
কুৰি মুনিহে খুন্দে,
এক মুনিহে লৰাই।

৫। পেট আচে, পেটু নাই,
মুখ আচে, জিবা নাই।

৬। বাতি পুআ চাৰি, দুপৰিয়া দুই,
গধুলি তিনি তৰিৰে চলে।
হেৰা ভাই, সেইটো জন্তু কাক বোলে?
পণ্ডিতে বুজিব পাৰে, দুই তিনি দিনত,
মুৰ্খে বুজিব নোআৰে কুৰি বচৰত।

ইয়াৰ অৰ্থ এই।

১, উঁতৰ। ২, কণিৰ ভিতৰৰ পোআলি। ৩, মিচা মাচ। ৪, মানুহৰ দাঁত জিবা। ৫, কলহ। ৬, মানুহ। মো



## আকবৰ বাদস্যাৰ কথা ।

The Mogul Emperor Akbar.

১৫৫৬ শকত আকবৰ বাদস্যা ১৪ বচৰ বয়সিয়া হৈ সিংহাসনত উঠিল। তেঁওৰ বাপেক হুমায়ুনৰ ইচাৰ দৰে বহৰামক উজিৰ পতা হল। প্ৰথমতে চিকন্দৰ নামে তেঁওৰ এক সত্ৰুক পৰাজই কৰিলে; পাচে হিমু নামে মহমদৰ সেনাপতিএ ৰন কৰিবলৈ দিলি নগৰলৈ গল। তাতে আকবৰৰ সেনাপতি তিৰদি ওলাই গৈ আপোনাৰ সেনা তাকৰ দেখি যুধ ধৰিবলৈ সাহ ন হৈ নগৰ এৰি দিলে। পাচে আকবৰে বহৰামক পিত্ৰি বুলি মাতি তেঁওৰ হাতত সকলো কৰমৰ ভাৰ দিলে, তেতিয়া বহৰামে তিৰদিক ধৰি মুৰ কটালে। পাচে হিমুএ সৈতে যুধ ধৰি জিনি ১৫০০ হাতি কাঢ়ি ললে; আৰু হিমু ধৰা পৰাত বাদস্যাই আপোনাৰ হাতেৰে তাক মাৰিবৰ উচিত বুলি বহৰামে কোআত বাদস্যাই হবে।-আন উলিয়ালে, পাচে মৰম লাগি কান্দিবলৈ ধৰি মাৰিব নোআৰিলে। তেতিয়া বহৰামৰ খং উঠি একে কোবে তাৰ মুৰ চিঙি পেলালে। পাচে আকবৰে অনেক সত্ৰুএ সৈতে যুধ কৰি পৰাজই কৰিলে। কিন্তু বহৰাম নিচেই নিৰ্দয়া হোআত বাদস্যাই তেঁওৰ ভাৰ গুচালে। তাতে সি বেজাৰ পাই ৰাজ দোহ কৰি ৰজাই সৈতে ৰন কৰিবলৈ ধৰিলে। পাচে সি পৰাস্ত হৈ ধৰা পৰি, কিন্তু আকবৰে তাক নে মাৰি বৰ মৰম কৰি ৰাখিলে। আকবৰ স্যাই নিয়াই আৰু ধৰমেৰে ৫০ বচৰ ৰাজ শাসন কৰি হিন্দুস্থানৰ সকলো ৰজাতকৈ সু জসস্যা পালে

## ভূতলৈ ভই কৰা অকাৰন ।

Foolish fear of Evil Spirits.

জৰ্মানি দেসৰ কোনো ভাগত অতি পুৰনি এক পকি ঘৰ আচিল । জি সময়ত তাক সাজিচিলে, সেই সময়ত দেসৰ বেৱহাৰ অধিৰ থকাত সত্ৰুৰ পৰা ৰখ্যা পাবৰ নিমিত্তে তাৰ গৰবিলাক অতি দ্ৰিঢ় ৰুপে গাঁথিচিল । সেই ঘৰৰ ভিতৰ অতি বহল হলেও কেৱল এক চুকে বাস কৰিব পৰা এনে এক খোঁটালি, তাতে অবিবাহিত অতি বুৰা একন চাহাব থাকে । আন আন খোঁটালি, ভেঁটি আৰু বস্তুবিলাক নতোৱা আউল ৰুপে হাবি হৈ আচিল । তাৰ মাজত সংখ্যা এন্দুৰ লৰা লৰি কৰি থাকে, আৰু অনেক অনেক ফেঁচাই সিইঁতকে নষ্ট কৰিবলৈ বিসেসকৈ চেষ্টা কৰিচিল, কিন্তু এটাও ধৰিব নোৱাৰিলে । ঘৰৰ চাৰিও কালে জি সকলো বাট আৰু বাঁৰি আৰু খেতি আচিল, সিও অতি কুচিত আৰু বোকাময়, ৰাতি বেঙ্গবিলাকে আনন্দেৰে গান কৰি নাচি বাগি থাকে । সেই চাহাবৰ চিনাকি আৰু বাৰিত খেতি কৰিবৰ নিমিত্তে একন বহু দিনিয়া মালি তাৰ পৰিয়ালে সৈতে তাৰ ওচৰৰ কোনো সৰু ঘৰত বাস কৰে । অৱসেসে সেই বুৰা চাহাব মৰিলত আন অধিকাৰ ন থকাত তেঁওৰ ভতিজা পুতেকৰ তিৰোতাই সেই ঘৰবিলাকৰ অধিকাৰ হল । আৰু তাৰ বাহিৰে তেঁওৰ আৰু সম্পতি ন থকাত সেই ঠাইত বসতি কৰিবলৈ ইচা কৰিলে । স্বামি মৰিবৰে পৰা সহুৰেকৰ লগত কেতিয়াও সেই তিৰি দেখা দেখি হোৱা নাই, আৰু সেই ঠাইলৈও অহা নাই । এই হেতুকে সেয়ে কেনে ঠাই, তাক ন জনাত অনুমান কৰিলে, জে সেয়ে অতি মনোহৰ ঠাই । পাঁচে দাসিক লগত লৈ তালৈ জোআত ওচৰ পালতে বোকাত গাঁৰি বাটত মাৰৰ নিচিনাকৈ বুলিবলৈ ধৰিলে, আৰু দুআৰ পালতে সোমাবলৈ পুৰনি কপাট মেলিবলৈকো সাহ ন জন্মিল । পোৱাৰ আগেএ দেখিলে জে হাবিময় চোতালৰ মাজত পোআলিএ সৈতে গাহৰি চৰিচে । সেই বুৰা আৰু তাৰ তিৰোতাই আপোনাবিলাকৰ নতুন অধিকাৰিনিক দেখি নম্র মনেৰে গ্ৰহন কৰিলে; কিন্তু সিইঁতৰ পুত্ৰবিলাকে মলিন মুখেৰে তেঁওক গ্ৰহন কৰি সাধাৰন ৰুপে সমাদৰ কৰিবলৈ অসম্মত আচিল । ইয়াৰ পাচে সেই মেম চাহাবে মালিনিক লগত লৈ ঘৰৰ ভিতৰ সোমাই তাৰ পুৰনি খোঁটালিবিলাক দেখি তেঁও আচৰিত মানিলে । আৰু সিবিলাকক দেখি ফেঁচাবিলাকে ভয়াতুৰ বা খঙেৰে বৰ সবদ কৰি উৰি গল । তেতিয়াও সেই তিৰিএ নিৰসা ন হৈ ঘৰ চাফ কৰিবলৈ মালিক আদেস কৰি, সেই পুৰনি খোঁটালিত বাস কৰিবলৈ উপাই কৰিলে । সন্ধ্যা বেলা তেঁওৰ দাসিএ মলিন মুখেৰে তেঁওক কবলৈ ধৰিলে, এই ঠাইত থাকিবলৈ মোৰ বৰ ভই লাগে: কিয়নো সেই চাহাব ভুত হৈ প্ৰতি দিন ৰাতি এই ঘৰৰ চাৰিও কালে ফুৰে, আৰু অগ্নিময় চকুৰে কুকুৰবিলাকে লৰা লৰি কৰে । মেম চাহাবে তাইত সুধিলে, এইবিলাক কথা তুমি কেনেকৈ জানিলা? তাই কলে, আমি আজি দুই বজাৰ পাচে এই ঠাইলৈ আহিচিলোঁ । মেম চাহাবে কলে, ইমান অলপ সময়ৰ মাজত এনে নিগুঢ় কথা কাৰ ওচৰত পালা? দাসিএ উত্তৰ কৰিলে, এয়ে নিগুঢ় কথা ন হই, মালিনিএ কলে, এই ফালে জিমান লোক থাকে, সেইবিলাকে এই ঘৰলৈ এনে ঘিন কৰে, জে তাক চাফ কৰিবলৈ মানুহ পোআই অতি কঠিন । আমি জেতিয়া চাহাবৰ পুৰ্ব পুৰুসৰ নকচা দেখিচিলোঁ, তেতিয়া সিইঁতৰ অস্ত্ৰ সস্ত্ৰ সজোআ দেখাতে মোৰ ভই লাগিচিল । আৰু মালিনিএ কলে, গৰৰ তলত অতি দ বন্দি গঁৰাল আচে, তাতে স স মানুহ নষ্ট হৈচিল, আৰু ভেঁটিত বস্তা জিজিৰিবিলাক এতিয়াও আচে, বিসেসকৈ মানুহৰ হাৰো পোআ জাই ।

বৰ ভয়াতুৰ কথা দাসিৰ মুখৰ পৰা সুনিলতো মেমে মন ধিৰকৈ থাকিল; কিন্তু ক্ৰমে ক্ৰমে এন্ধাৰ হলত দাসিৰ ভই লাহে লাহে বাঢ়িবলৈ ধৰিলে । আৰু সেই ৰাতি বৰষুন হোআত তাই মাজে মাজে বান্দুৰ সবদকে

ভুতৰ সবদ বুলি ভাবিব ধৰিলে। তাইৰ মেমে সেই সময়ত চকিত বহি পুথি পৰ্হি আছিল, এনে সময়ত গিৰ্জা ঘৰৰ ঘৰিত ৰাতিৰ বাৰ বাজিল, তেতিয়া দুৰৈত মেঘে গজাৰ নিচিনা এক সবদ সুনা গল। তেতিয়া সেই দাসিএ হিয়াত ভুকু মাৰি কলে, আপুনি একো সুনা নাই নে? মেমে উতৰ কৰিলে, মই ভাবোঁ, দুৰৈত মেঘে গাজিচে; প্ৰত্যেক বচৰৰ এই সময়ত এনে ন হই, তথাপি কোনো কোনো বচৰত এই ৰূপে হই। তুমি এই পুথি লৈ পৰ্হি মোক সুনুআ, তাতে তোমাৰ ভই গুচিব, আৰু মোৰ দুখৰ চকুএও অলপ সান্ত্বনা পাব। দাসিএ পুথি লৈ পৰ্হিব ধৰিলে। কিন্তু অলপ বেলিৰ পাচে এঁটাহ্‌ পাৰি উঠিল; কিয়নো মেঘৰ গৰ্জনৰ সবদ বাৰে বাৰে বাৰ্হিবলৈ ধৰিলে, আৰু সেয়ে জে পকিৰ ভিতৰৰ পৰা হই, ইয়াৰ প্ৰমান ওলাল। আৰু বাহিৰত সেই ধোঁটালিৰ কিচুমান দুৰৈত অনেক অনেক ঠাইত আচৰিত এঁটাহৰ ধনি আৰু অসাধাৰন ৰূপে সবদ সুনা গল। ইযাতো সেই মেমে পুৰনি খিলিকিবিলাক পাৰে মানে ঠেলা দি বন্ধ কৰিলে, পাচে আকও বহি পৰ্হিবলৈ দিলে। আগৰ সবদ সেই কালত কিচু কম হোআত দাসিএ কম্পনিৰ স্বৰেৰে পৰ্হিবলৈ ধৰিলে। কিন্তু প্ৰাই দুই ঘণ্টা মান হল, আকও সেই গৰ্জন বাৰ্হি অতিসই ভয়ঙ্কৰ হবলৈ ধৰিলে। পাচে দুই বাজি গলত সকলোএ একে বাৰে নিজম দিলে। তাতে দাসিএ কঁপি মলিন মুখেৰে তাইৰ অধিকাৰিক কলে, বিনই কৰোঁ, ৰাতি পুআলে এই ভুত আলইৰ পৰা জাবলৈ অনুমতি দিওক; মই আৰু ইয়াত এক ৰাতিও থাকিব নোআৰোঁ। পাচে ৰাতি পুআলৈকে নিজম দি থকাত মেম চাহাবে নিৰ্ভয়ে সয়ন কৰিলে। কিন্তু দাসিৰ এক নিমিসো টোপনি ন গল। ৰাতি পুআই মালিনি আহি অনেক প্ৰকাৰ প্ৰসংসাৰ কথা কবলৈ ধৰিলে, মই বুৰি তিৰিএ অনেক বিসয়ে দেখিচোঁ, আৰু আন আন ঠাইতকৈ এই ঘৰত বৰ অসম্ভৱৰ ঘটনা ঘট থাকে; ইয়াক সকলোএ জানে। মই বহু বচৰৰে পৰা এই ঠাইত থকাত আচৰিত যে মানিবা। কিন্তু জোআ ৰাতিত জি ৰূপ হাই হৈচিল, সেই নিচিনা হাই আৰু গৰ্জন আহ বৌ বৌ সবদ আৰু এই ঘৰৰ বন্দি সালৰ মৰা আগৰ কালৰ লোকবিলাকৰ কেঁকনি, হাত এই দেসি আদি বাসি বুৰা লোকবিলাকৰ মাই জতো কোনোএ এই ৰূপে দেখা সুনা নাই। মেম চাহাবে তেতিয়াও থিৰ হৈ অনেক প্ৰকাৰ কৰমত বিয়াকুল হৈ থাকি, সেই দিন জাপন কৰিলে; কিন্তু তেঁওৰ দাসিএ ভয়তে বেলিএ বেলিএ বিয়াকুল হবলৈ ধৰিলে। পাচে পুনৰাই ৰাতি ১২ বাজিলত কেৱল জোআ ৰাতিৰ নিচিনাকৈ তৰ্জন গৰ্জনহে সুনা গল, অকল সেয়ে ন হই, বিজুলিৰ নিচিনা আচাৰত পহৰত ঘৰ চোতালবিলাকো প্ৰকাস হল; আৰু জিজিৰিৰ ধনি, বেৰি পিন্ধা লোকবিলাকৰ অহ সবদ সুনা গল। এই প্ৰকাৰ বেলিএ বেলিএ হাই উৰুমি হলত পাচে জেতিয়া ২ বাজিল, তেতিয়া জেন অতি ওচৰতেহাই, টোপ মাৰিলে, এনে সবদ সুনা গল। তাই দাসিএ মুৰ্চিত হৈ মাটিতে পৰিল, আৰু মেম সাহ ৰূপে জাগি থাকিলেও ভয়ৰ পৰা ৰখ পাব নোআৰিলে।

এই ৰাতি মেমেও নু সুলে, ৰাতি পুআল তেঁও দাসিক তাৰ পৰা জাবলৈ কোআত তাই আনন্দেৰে সকলো বস্তু জুগুত কৰিলে, দুই এক ঘণ্টাৰ পাচত সিহঁত দুয়ো গাঁৰিত উঠি গল। কিন্তু এই বেলি সেই মেমে আগৰ থকা ঠাইলৈ ন গৈ আপোনাৰ কোনো চিনাকি সেনাপতিৰ ঘৰলৈ জাত্ৰা কৰিলে।

প্ৰাই এক সপ্তাহ হল, তেঁও কোনো এদিন দুপৰতে অকলেই সেই ঘৰলৈ পুনৰাই আহিল। গাঁৰিৰ পৰা নামিলতেই বুৰি মালিনিএ তেঁওক কবলৈ ধৰিলে, জেতিয়া আপুনি ইয়াৰ পৰা গল, তেতিয়াৰে পৰা এই ঠাইত হাই উৰুমি হৈ আছে। খিলিকি দুআৰবোৰৰ ওচৰত ভয়ঙ্কৰ আকাৰেৰে আৰু মলিন মুখেৰে মুৰ্তিএ দেখা দিএ; আৰু কোনো মানুহ ওচৰলৈ গলে তাক সিল দলিয়াই, আৰু মাটি

পলাই দিএ এই কাৰণে কোনোএ বাক্তি বা-সৰলে জাবলৈ সাহ ন কৰে। আপোনাৰ একো ভই নাই নে? আপুনি পুৰুষতকৈ সাহসিক নে? মেমে উত্তৰ কৰিলে, মোৰ ভয়েৰে কি হব? থাকিবলৈ মোৰ আন ঠাই নাই। হব পাৰে, অভ্যাসৰ দোআৰাই সহিব পাৰিম, নাইবা ভূতবিলাকেই ভাগৰিব। জি হওক, এই পকি ঘৰত অকলেই থাকিলে ভয়তে মৰিম; এই হেতুকে তুমি বাক্তি মোৰ লগত থাকিবা। মোৰ দাসি ভয়তে বেমাৰ হল, তাইক লগত আনিব নোআৰিলোঁ; কিন্তু তুমি অনেক বচৰ এই ৰূপে হাই সুনি আচা, তোমাৰ হানি হব বুলি ভই নাই।

তাতে সেই মালিনিএ অনেক অনেক প্ৰকাৰে বাধা কৰিবলৈ ধৰিলে কিন্তু মেমে সাহ কৰি তাক নু সুনিলে, সেই কাৰন তাই সেই বাক্তি সমৰ ওচৰত থাকিল। পাচে ৰাত্তি ১২ বাজিত্তে আকও আগৰ দৰে হাই উৰুমি হল। মালিনিএ অনেক অনেক প্ৰকাৰ মন্ত্ৰ জপ কৰিবলৈ ধৰিলে, আৰু মেমে খোঁটালিত ফুৰি ফুৰি আচিল। অলপ কালৰ পাচে খিলিকি দুআৰৰ সমুখত অকস্মাতে ভয়ানক দৰ্সন দেখা গল। অৰ্থাত সুকুলা বস্ত্ৰ পিন্ধা তিনি মূৰ্ত্তি; এটা এটাকৈ উঠি প্ৰনাম কৰি নৌ প্ৰকাস হোআৰ আগেয়ে আকও ভয়ানক সৰিলেৰে গান কৰিবলৈ ধৰিলে। পকিৰ ভিতৰতো জিজিৰিৰ আৰু গৰ্জনৰ স দ হৈচিল। অলপৰ পাচে সেই তিনি মূৰ্ত্তিৰ এটাই বকি বকি বাহিৰলৈ গৈ খিলিকিৰ ওচৰতে থিয় হৈ ৰলহি। পাচে আন দুটাই বেগাই খোঁটালিৰ মাজতে থিয় হলগৈ, তাৰে এটাই মৰিবলে ধৰা মানুহৰ নিচিনাকৈ সেহাই-সেহাই ঘেৰ ঘেৰনিৰ সবদেৰে বুৰি মালিনিক কবলৈ ধৰিলে, এয়ে কেনেকুআ? আমুল জি ভাগ আহিচে, তাত ভই নিচয়ে পাপ কৰা নাই নে? এতিয়া মৈদাম পোআ মৰা লোকৰি ৰকক দুখ দি, ভূতবিলাকৰ লগত উমলিচ। তো কৰমৰ উপযুক্ত ফল পাবি। পাপৰ খেমাৰ বাহিৰে এই ঘৰত প্ৰান এৰিচোঁ জি আমি, আমি পুনৰাই উঠি, আমাৰ লগত তোক পতালনৈ নিবলৈ আহিচোঁ। এই কথাৰ সেস হলত দুতিয় মূৰ্ত্তিএ মালিনিলৈ সুকান হাত মেলিলে, সেই মূৰ্ত্তিৰ চকু নাচিল, কেৱল চকুৰ ঠাইত দুটা গাঁত আচিল; মুখ থকা ঠাইত কেৱল দুই পাৰি আলু দেখা গল। এনে ভয়ানক দৰ্সনত সেই মালিনিএ ত্ৰাহি ত্ৰাহি বুলি মাটিত পৰিল। প্ৰথম মূৰ্ত্তিএ আকও সুধিলে, কোআচোন দেখোঁ, এই ঘৰৰ মাজত কোন ভূতে জিজিৰি লৰাইচে, আমি সিহঁতক নি চিনোঁ। স্বৰূপকৈ ক, নতুবা এতিয়া মৰিবি। তেতিয়া সেই বুৰিএ মাটিত পৰি থাকি এই উত্তৰ দি কলে, সিহঁত ভূত ন হই। দুতিয় মূৰ্ত্তিএ অতি ভয়ানক মাতেৰে সুধিলে, তেন্তে সিহঁত কোন? বুৰিএ কান্দি কান্দি কলে, সিহঁত মোৰ পুত্ৰ, এয়ে সিহঁতৰ খেলা মাথোন। সেই সেই মূৰ্ত্তিএ উত্তৰ কৰিলে, প্ৰেতবিলাকে এনে প্ৰকাৰ খেলা সহিব নোআৰে। তই এতিয়া দণ্ডৰ মাজত আচ, তোৰ আগ্যা আচৰা সেই দুষ্টবিলাকেও দণ্ড পাব, সিহঁতেও এতিয়া মৃত্যুৰ মুখত আচে। মূৰ্ত্তিৰ এই কথা সেস হলত বাক্তি দুই বাজিল, তাতে আগৰ দৰে বৰ চৌপ মৰা হলত ঘৰৰ ভিতৰলৈকে সকলো হাই নিজম দিলে। তেতিয়া সেই তিনি মূৰ্ত্তি অতি বেগে চোতালনৈ গল; ঘৰৰ বৰ দুআৰৰ ওচৰত অকস্মাতে ভয়ানক এটাহ সুনা গল। তাকে সুনি খোঁটালিৰ মাজৰ মাটিত পৰি থকা মালিনিএ কান্দি কান্দি কলে, হাই হাই, সিহঁতে মোৰ পুত্ৰক মাৰি পেলালে। অলপৰ পাচে মালিনিৰ পুতেকহঁত বাহিৰলৈ ওলাই জোআ কালত সেই তিনি মূৰ্ত্তিএ সিহঁতক ধৰি জৰিৰে বান্ধি মেম চাহাবৰ ওচৰলৈ আনিলে, সেই তিনি মূৰ্ত্তিও খোঁটালিৰ মাজলৈ সোমাই আহিল। কিন্তু সোমোআৰ সময়ত লাউ পাতৰ সজা মুখৰ খোলা আৰু সুকুলা কাপৰ পেলাই দিলত দেখা গল, জে সিহঁত আগৰ সেনাপতি আৰু তেঁওৰ দুজন বন্ধু। পাচ দিনা হলত মালিনিৰ পুত্ৰবিলাকৰ বিচাৰৰ ঠাইলৈ নিয়া হল, আৰু মালিনিৰ পৰিয়ালক সেই ঠাইৰ পৰা বাহিৰ কৰিলে। পাচে ঘৰ আৰু তাত

থকা খেত্তিবিলাক নির্ম্মল হল । পাচে সেনাপতিৰ লগত মেমে বিবাহ হল । তাতে তেঁওৰ জুতৰ দোআৰাই কোনো দুখ ন হল, অনেক বচৰলৈকে সেই ঠাইত সুখেৰে বাস কৰিলে ।

এই বিৱৰণৰ দ্বাৰে আমাৰ দেসতো অনেক লোক কেৱল অনর্থক ভয়তে প্ৰাই মৰি গৈচে ।

ৰ. ন. প.

---

## লখমি আৰু গৌৰিনাথৰ ৰূপৰ মোহৰ ।

Coins of Lokhmi and Gourinath.



Rupee of Lokhmi Singh, coined A. D. 1770.

শ্ৰী শ্ৰী স্বৰ্গ দেৱ শ্ৰী লক্ষ্মী সিংহ নৃপস্য শাকে ১৬৯২ । শ্ৰী শ্ৰী হৰ গৌৰী চৰনাৰবিন্দ মকৰন্দ মধুকৰস্য । অৰ্থাত সিৱ গোসানি দুইৰো চৰন ৰূপ পদুমৰ মধু পান কৰা ভোমোৰা ।



Quarter Rupee of Lokhmi Singh, coined A. D. 1780.

শ্ৰী শ্ৰী লক্ষ্মী সিংহ নৃপস্য, শাকে ১৭০২ ।



Two anna Coin of Lokhmi Singh.

শ্ৰী শ্ৰী লক্ষ্মী সিংহ নৃপস্য ।



Rupee of Gourinath Singh, coined A. D. 1781.

শ্ৰী শ্ৰী স্বৰ্গ দেৱ শ্ৰী গৌৰীনাথ সিংহ নৃপস্য শাকে ১৭০৩ । শ্ৰী শ্ৰী হৰ গৌৰী চৰনাৰবিন্দ মকৰন্দ মধুকৰস্য ।



Rupee of Gourinath, struck A. D. 1795.

শ্ৰী শ্ৰী স্বৰ্গ দেৱ শ্ৰী গৌৰীনাথ সিংহ নৃপস্য শাকে ১৭১৭ । শ্ৰী শ্ৰী হৰ গৌৰী চৰন কমল মকৰন্দ মধুকৰস্য ।



Four anna Coin of Gourinath Singh, A. D. 1795.

শ্ৰী শ্ৰী গৌৰীনাথ সিংহ নৃপস্য শাকে ১৭-১৭ । ১৬ । ভোগৰ ১৬ বচৰত এই ৰূপ মৰা হৈছিল ।



Two anna Coin of Gourinath Singh.

শ্ৰী শ্ৰী গৌৰীনাথ সিংহ নৃপস্য ।



One anna Coin of Gourinath Singh.

শ্ৰী গৌৰীনাথ সিংহ নৃপস্য ।



Half anna Coin of Gourinath Singh.

শ্ৰী গৌৰীনাথস্য ।

---

আমেৰিকা দেসৰ নূয়র্ক নামে নগৰত ১২০০০ হেজাৰ মান লৰা চোআলি আছে, কি জিবোৰে ধৰম সাস্ত্ৰ পঢ়িব নে জানে, ক ইস্বৰৰ সেৱা কৰা ঘৰলৈকো নে জাই, কেৱল এনে লৰা চোআলিহে ১২,০০০ হেজাৰ, জি বোৰে পঢ়িব পাৰে, এনে বা কিমান হেজাৰ আছে, তাক কোনে কব! কিন্তু জি দেসত ধৰম সাস্ত্ৰ মান্য হৈছে, আৰু প্ৰাই সকলো খ্ৰিষ্টিয়ান নাম লৈছে, এনে দেসতো ইমান হেজাৰ লৰাই পঢ়িব ন জনাকৈ থকা অতি আ ৰিত!

## মহা মহিম শ্ৰীযুত অৰুনোদই সম্পাদক মহাশই যেলোপকাৰক বৰেষু ।

Letter to the Editor.

বিবেদন এই,

শ্ৰীযুত পাদুৰি লঙ্গ চাহাবে কৰা প্ৰশ্নৰ পৰা জি দহোটা প্ৰশ্ন জাআ বচৰৰ ডিচেম্বৰ মাহত চপা হৈচিল । তাতে আমাৰ অচমৰ পৰা গৈ কলিকাতাৰ মেডিকল কলেজত থকা শ্ৰী মিৰ মজকৰ হুচেন নামেৰে এজন গুন শালি মানুহৰ বিৰুদ্ধে নোআৰাই সেই সকল প্ৰশ্নৰ উত্তৰ শিৱসাগৰ আৰু নগাঁৱত থকা দুজন বিদ্যোত্সাহি মানুহে এপ্ৰিল মাহৰ অৰুনোদইত চপাই, তাৰ ঠিক উত্তৰ হৈছে নে নাই হোআ, তাক আমাৰ পৰা জানিবৰ বাঞ্চা কৰে । এতেকে এই কাকত খানি আপোনাৰ গিয়ান ভণ্ডাৰ অৰুনোদইৰ দাঁতিত ঠাই দি অনুগ্ৰহ কৰিব”।

সেই সকল প্ৰশ্নৰ উত্তৰ ভাল ৰুপে আমিও নে জানোঁ। সিবিলাকে জি জি ৰুপে লিখিচে, আমিও প্ৰাই সেই সেই ৰুপেহে ভাবিচিলোঁ; কিন্তু সিবিলাকে সৰা সৰিকৈ লিখা বাবে জি কেইটা কথা ভালকৈ মন ন কৰাকৈ লিখিলে, অক দুয়ো জনৰ কথা একে ঠাইতে গোটাই লিখিলোঁ। সিবিলাকে খঙ ন কৰি পুনৰ বিবেচনা কৰি চাব ।

১ । পৰৰ ভিতৰত, সাল গচ ৬ মাহত ইমান ওখ হই, বুলি আমি ভাবিব নোআৰোঁ।

২ । মাচ আৰু পখি (চৰাইক) পোক অৰ্থাত কিট) বোলা নে জাই ।

৩ । হাতৰ সলনি তোমোৰাই মুখেৰে একো কৰিব নোআৰে, মুখো এতাল ন হই; দুতাল থাকিব পাই ।

৬ । এই প্ৰশ্নৰ কথা আমিও ভাল ঠিককৈ বুজিব নোআৰোঁ।

৯ । বযুমলা প্ৰভিতিক, গচ নো বোলে, গচৰ কথাহে প্ৰশ্নত লিখা আচে ।

এই দুজন মানুহে জি ৰুপে অৰুনোদই চাই তাৰ উত্তৰ লিখি দিচে, তাতে সম্পাদকে চাহাবে বৰ সন্তোস পাইচে ।

## [illegible] গিত ।

The [illegible] fourth Psalm.

[illegible]

প্ৰিথিৱি আৰু তাত থকা জি সকল, জগত আৰু তাৰ নিবাসি সকল য়িহোৱাৰ । ২ তেঁও সমুদ্ৰৰ ওপৰত তাৰ ভেঁটি পাতিলে; মহা জলৰ ওপৰত তাক থাপন কৰিলে ।

৩ য়িহোৱাৰ পৰ্বতলৈ কোন উঠিব? তেঁওৰ পবিত্ৰ থানত কোন খিতি হব? ৪ জি জনৰ সুচি হাত আৰু পবিত্ৰ চিত; জি জনে মিচা কথালৈ আপোনাৰ মন নি দিএ, আৰু মিচা সপতো নে খাই; ৫ এনে লোকে য়িহোৱাৰ পৰা আসিৰ্বাদ পাব; তাৰ পৰিত্ৰান কৰ্তা ইশ্বৰৰ পৰা সি পুন্য পাব । ৬ তেঁওক বিচাৰ কৰা বংশ এইবিলাক; তোমাৰ মুখ এইবিলাকে বিচাৰে, হে য়াকোবৰ [ইশ্বৰ] ।

৭ হে দুআৰ সকল, তোমোলাকৰ মুৰ দাঙা; হে চিৰস্থায়ি কপাট সকল, তোমোলাক দঙা হোআ; তাতে মহিমাৱন্ত ৰজা প্ৰবেস কৰিব । ৮ সেই মহিমাৱন্ত ৰজা নো কোন? জি য়িহোৱা পৰাক্ৰমি আৰু সক্তিমন্ত, জি য়িহোৱা জুধত পৰাক্ৰমি, তেঁৱেই ।

৯ হে দুআৰ সকল, তোমোলাকৰ মুৰ দাঙা; হে চিৰস্থায়ি কপাট সকল, তোমোলাক দঙা হোআ; তাতে মহিমাৱন্ত ৰজা প্ৰবেস কৰিব । ১০ সেই মহিমাৱন্ত ৰজা নো কোন? সৈন্যাধিকাৰ য়িহোৱা, তেঁৱেই মহিমাৱন্ত ৰজা ।



আফ্ৰিকা দেসৰ দুই কুঁচিয়া উট

## জাত্রিকৰ জাত্রা, ৮ আধ্যা।

The Pilgrim's Progress, Chapter 8.

বিস্বাসি। তেন্তে তুমি সেই মানুহক জানা নে?

খ্রিষ্টিয়ান। এৰা, সি আপুনি আপোনাক জনাতকৈও মই তাক জানোঁ।

বিস্বাসি। তেনে হলে সি কোন?

খ্রিষ্টিয়ান। তাৰ নাম কথকি; আমাৰ নগৰ নিবাসি লোক। তুমি তাক নি চিনাত মই বৰ আচৰিত মানিচোঁ; তথাপি আমাৰ নগৰ হলে বহল হঁওতে হই।

বিস্বাসি। সি কাৰ পুতেক? নগৰৰ কোন খিনত থাকে?

খ্রিষ্টিয়ান। সি সুবক্তিৰ পুতেক, গল্প চুবুৰিতে থাকে। জিবিলাকে তাক চিনে, সেই সকলোৰে মাজত গল্প চুবুৰিৰ কটকি বুলি প্রখ্যাত হৈছে। তাৰ কথা হলে সুন্দৰ, তথাপি মানুহ হলে অকর্মন্য।

বিস্বাসি। দেখোঁতে তেঁও উত্তম মানুহ জেন দেখা জাই।

খ্রিষ্টিয়ান। হই, জিবিলাকে তাক ভালকৈ নি চিনে, সেইবিলাকে উত্তম জেন মানে। থকা ঠাইৰ পৰা আঁতৰত হলে সি ভাল মানুহ, কিন্তু থকা ঠাইত কিমান দুর্জন তাক কব নোআৰি। তুমি তাক উত্তম মানুহ বোলাত খনিকৰে নকচা লিখাৰ কথা মোৰ মনত পৰিচে; তাৰ নকচাবোৰ দুৰৈৰ পৰা বৰ ভাল দেখি, ওচৰত হলে দেখিবলৈ বেয়া।

বিস্বাসি। তুমি উপহাস্য কৰিচা হবলা, তোমাক হাঁহিবৰ দেখিচোঁ।

খ্রিষ্টিয়ান। হাঁহোতে মিটিকিয়াই হাঁহিলোঁ হই, তথাপি এনে কথাত কদাচিতো উপহাস্য ন কৰোঁ; আৰু কাকো মিচা অপবাদো নি দিঁও, ইশ্বৰে তাক বাধা কৰোক। কিন্তু এই মানুহৰ কথা কিচু আৰু কঁও সুনা; সি সকলো বিধ লোকৰ আলাপ আৰু কথোপকথনত বৰ পার্গত। তোমাৰ লগত এতিয়া জেনেকৈ কথোপকথন কৰিচে, তেনেকৈ মদপিৰ ঘৰতো কৰিব। আৰু তাৰ মুৰত জিমান অধিক মদ লোমাই, তিমান অধিক কথা মুখৰ পৰা ওলাব। তাৰ মনত বা ঘৰত বা কৰ্ম্মত ধৰমে একেৰিও ঠাই নে পাই। তাৰ জি আচে, সি কেৱল মুখতহে থাকে; ধৰমৰ কালে হলে টুবোলি মাত্র।

বিস্বাসি। অস অস, তাৰ এনে কথা নে? তেনে হলে মোৰ বৰ ভুল হৈচে।

খ্রিষ্টিয়ান। ভুল হৈচেতো, তাক অৱস্যে জানিবা। তুমি নিতি কথা সোঁৱৰা, সিইতে কই মাত্র, পালন ন কৰে; কিন্তু ইশ্বৰৰ ৰাজ্য কথাত ন হই, সক্তিতহে হই। এই কথকিএ প্রার্থনা, মন পালটন, বিস্বাস, নতুন জনম, এই সকলৰ অর্থে কেৱল কথাকেহে কব পাৰে, তাত বাজে একো নে জানে। তাৰ ঘৰলৈ মই কেইবা বেলিও গৈচিলোঁ, তাক পৰিয়ালৰ লগত আৰু আন ঠাইতো দেখিলোঁ। আৰু তাৰ জি কথা কৈচোঁ, তাক স্বৰূপ জানিহে কৈচোঁ। কনিৰ বাদুত জেনেকৈ সোআদ হিন, তেনেকৈ তাৰ ঘৰতো ধৰম হিন। তাৰ ঘৰত প্রার্থনা নকৰ আৰু পাপিৰ নিমিত্তে খেদবো একো চিন নাই পহুএও আপোনাৰ সক্তিৰ দৰে ইশ্বৰক তাতকৈ ভাল ৰূপে ভজে। অধিক কি কম, জিবিলাকে তাক জানে, সেইবিলাকৰ মাজত সি ধৰমৰ দাগ, নিন্দা আৰু লাজৰ কৰম হই। নগৰৰ জি মুৰে সি থাকে, সেই ঠাইত তাৰ নিমিত্তে ধৰমক প্রসংসা প্রাই কেৰে ন কৰে। তাৰ চুবুৰিয়া সামান্য লোকেও তাৰ অর্থে বোলে, বাহিৰত সাধু, আপোন ঘৰত ভুত। তাৰ দুখিয়া পৰিয়ালবোৰেও এই কথা জানে, তাৰ এনে খঙ্গ, সি গালি পাৰি আৰু অকাৰনত দাই ধৰাত চাকৰবোৰেও তাৰ কাম কেনেকৈ কৰিব লাগে, তাক নে জানে, আৰু তাক আগত কথা কবলৈকো সাহ নে পাই। আৰু জিবোৰে তাৰে সৈতে বেবহাৰ কৰে, সিইতে বোলে, ইয়াতকৈ তুৰুকে সৈতে বেবহাৰ কৰাই ভাল কিয়নো তুৰুকৰ মাজতে ইয়াতকৈ বিস্বাই ৰূপ বেবহাৰ কৰিবলৈ পাম। এই কথকিএ সিইতক জদি লগ পাই, তেন্তে মানুহৰ অসাধ্য হলে, সি চল্ চাই সেইবোৰকো ঠকা কৰি

হলেহেঁতেন আৰু তাৰ দৰাকো আপোন খোজতে চলিবলৈ সিকাইছে। কিয়নো সিবিলাকৰ মাজত অলপ সোনাদোন বিচাৰ কৰা গিয়ান আছি যেনে, তাক অগিয়ান ৰূপে ভই বুলি সিইঁতক গালি পাৰে; আৰু প্ৰাই কোনো কামৰ তাৰ নি দিএ; আৰু লোকৰ আগতো সিবিলাকক ভাল নো বোলে। মোৰ মনে হলে সি আপোন দুষ্ট কৰমেৰে বহু মানুহক উছুটি খুআই পেলালে; আৰু ইশ্বৰে নিবাৰন ন কৰিলে, পাচলৈকো অনেকক নষ্ট কৰিব।

বিশ্বাসি। ভাই, তোমাৰ কথা পতিয়াৰ লগা, কিয়নো তুমি বুলিচা মই তাক চিনোঁ; আৰু তুমি খ্রিষ্টিয়ানৰ দৰে লোকৰ বাত্রা কোআ। হিংসাৰ কাৰনে ন হই, সঁচা হোআৰ কাৰনেহে এইবিলাক কথা কৈচা, মই তাক জানোঁ।

খ্রিষ্টিয়ান। তুমি প্ৰথমতে জি ৰূপে তাক আনিল তাতকৈ মই ভালকৈ ন জনা হলে ন, আন তোমাৰ দৰেই ময়ো ভাবিলোঁহেঁতেন হেযক জমৰ মক্তবিলাকৰ পৰা মই জদি এই কথা পালোঁহেঁতেন, তেতিয়া মিচা বুলিলোঁহেঁতেন, কিয়নো ভাল মানুহৰ নাম আৰু বেনহাৰৰ অহিতে দুষ্ট লোকৰ মুখৰ পৰা এনে মিকথা ওলাই। কিন্তু মই তাৰ অহিতে জি সি কথা বলোঁ, তাত বাহিৰেও আন আন অনেক কথ মই আপোন চকুএ দেখা প্ৰমান দিব পাৰোঁ। তাক এবিও ভাল মানুহবিলাকে লাজ পাই তাক ভাই বা সখি নো বোলে; আৰু সিবিলাকে তাৰ নাম মাথোন সুনে, চিনাকি হলে, সিবিলাকৰ মুখ বন্দা পৰি জাই।

---

Happy Death.

এজন অতি মান্যবন্ত আৰু ধৰমি লোকে আপোনাৰ মৰনৰ কালত তেঁওৰ পৰিয়ালৰ আগত এই সান্তনা দায়ক কথা কলে, কাইলৈ ৰাতি পুআ নো হওঁতে মই প্ৰভু য়িচুৰ চৰনত নিদ্রা জাবলৈ আসা কৰিচোঁ। মানুহে জিহেৰে অতি সুখ আৰু সান্তনাৰে সুৰ পাৰে, ইয়াত বাহিৰে আন কোনো নিদ্রা জোআ ঠাই

## কৈকোবাদৰ আখ্যান।

The Pathan Dynasty—Kaikobad.

বালিনৰ ম্রিত্যু হলত তেঁওৰ নাতিএক কৈকোবাদ অঠৰ বচৰ বয়সিয়া হৈ সিংহাসনত উঠিল তেঁও অতিসই ম্রিদু আৰু কোমল স্বভাও আৰু বিদ্যাবন্ত আচিল। পাচত তেঁও পুনি স্বতন্ত্ৰ হোআত সুখ ভোগত মগ্ন হল; তেঁওৰ এনে স্বভাও প্ৰকাস হোআত প্ৰজাৰ মাজতো সুখ, আৰু কুকৰম প্ৰকাস হল, আৰু ঠায়ে ঠায়ে কুকৰম আৰু ৰঙ্গ ধেমালিৰে দেস পুৰ হল।

Nizam plote against the King.

জমুনা নদিৰ তিৰত সেই বাদস্যাই এক ৰাজ ঘৰ সজাই একো বাধা নো হোআকৈ সেই ঠাইতে সুখ ভোগ কৰিবলৈ বাস কৰিলে, আৰু বাদ্যক, গায়ন আৰু নাচনিত বাজে সেই ঠাইত কাকো সোমাব নি দিলে। পাচে নিজাম নামে এজন মানুহ ৰাজ্যৰ প্ৰধান কৰমত নিজোজন হল। সি এই ৰূপে সকলো ৰাজ সাসন আপোন হাতত পৰা দেখি, আৰু বাদস্যাও সুখ ভোগত আসক্ত হোআ জানি সিংহাসন পাবৰ আসাৰে আপোনাৰ পথ সুগুত কৰিবলৈ ধৰিলে। প্ৰথমতে সি খোস্রোলৈ কুদ্রিষ্টি কৰি তেঁওৰ বিৰোধে বাদস্যাৰ খঙ তোলাবলৈ সকলো ভাবে জতন কৰিলে। তাতে বাদস্যাই খোস্রোক দিলিলৈ মতাই অনোআলে, কিন্তু তেঁও আহোঁতে বাটৰ মাজতে নিজামে তেঁওক খুনি মানুহৰ দোআৰাই বধ কৰোআলে। আৰু বালিন বাদস্যাৰ আন আন পুৰনি চাকৰবিলাকক সি গুপুত ভাবে বধিলে, ইয়াতে সকলো লোকৰ বৰ ভই জনমিল। আৰু বাদস্যাত তাৰ অতি পৰাক্রম থাকিলেও সকলো লোকৰ আগত সি ঘিন লগা হল। আৰু বাদস্যাৰ বসত জি বহু সংখ্যা মগল সৈন্য আচিল, সিবিলাকৰ বিৰোধেও সেই ৰাজ দ্রোহিএ এই কুমন্ত্ৰনাৰ দোআৰাই বাদস্যাৰ অসুয়া জনমাই কলে, বোলে, যেতিয়া আন মগল লোকে জুধ কৰিবলৈ আহে, তেতিয়া মগলৰ সৈন্যবোৰ আপোনা লোকৰ ফলিয়া হব। এই কথা সুনি সেই দুৰ্বলি

ৰজাই এই ভাবি কোআ কথাত বিশ্বাস কৰি এক দিনত মগল সৈন্যৰ সেনাপতিবোৰক মতাই আনি আপোন সৈন্যৰ দোআৰাই সিবিলাকক সংহাৰ কৰালে ।

His Father marches towards Delhi.

এনে কালত জি জন বঙ্গালৰ দেসাধিকাৰ বাবে নিজোজন হৈ আচিল, সেই বাদস্যাৰ বাপেক কিৰায়ে দিলিৰ এই সকলো বেৰহাৰ কথা সুনি, আপোনাৰ পুতেক কোনো সঙ্কটত পৰে বুলি এক পত্ৰ লিখি তেঁওক সুপৰামৰ্স দিলে । কিন্তু সেই নিৰ্বুধি বাদস্যাই, লোকৰ বুধি লওক চাৰি আপোনাৰ বাপেকৰ সজ আলচকে হেলা কৰিলে; তাতে তেঁওৰ বাপেক কিৰাই বালিন মৰাৰ দুই বচৰৰ পাচত মহা সৈন্য গোটাই দিলিৰ অহিতে গমন কৰি আহিল । পাচে তেঁওৰ পুতেক কৈকোবাদেও আপোনাৰ সৈন্য গোটাই বাপেকক জুধ দিবৰ নিমিত্তে আগ বাঢ়ি গৈ গজেৰা নদিৰ তিৰত চাউনি কৰিলেগৈ । কিন্তু কিৰাই পুতেকৰ সৈনতকৈ আপোনাৰ সৈন্য অলপ দেখি পুতেকে সৈতে মিল হব খুজিলে, তাতে জৌৱন বাদস্যাই অতি গৰ্ব কৰিলে । এনেতে প্ৰিতি আৰু নম্ৰ ভাৱে লিখা এক পত্ৰ বাপেকৰ পৰা পালে, আৰু তাত এই ৰুপ কথা লিখি অনুগ্ৰহ মাগন কৰিচিল, বোলে, আপন পুত্ৰই সৈতে এক বাৰ দৰ্সন পাবলৈ অতি বাঞ্চা কৰোঁ । তাতে কৈকোবাদে পিত্ৰিৰ চেনেহ বুজি বাপেকে সৈতে দেখা দেখি হবলৈ আগ্যা কৰিলে । ইয়াকে দেখি নিজামে দুয়োবো মিলন হোআক নিবাৰন কৰিবলৈ জতন কৰিলে, কিন্তু বাদস্যাৰ তালৈ যুৰাৰ নোঅৰাত এই ৰুপে আলচ দিলে, আপুনি দিলিৰ মহা ৰজা, এই হেতুকে তেঁও প্ৰথমে আপোনাৰ ওচৰলৈ আহি দেখা দিওকহি ।

Indignity shown to Kera.

সেই জৌৱন বাদস্যাই আপোনাৰ বাপেকে সৈতে দেখা দেখি হবলৈ সকলোকে যুগুত কৰি অতি প্ৰতাপি ৰুপে সিংহাসনত বহি আগ্যা কৰিলে, বোলে, বোপাই আহিবৰ বেলা তিনি বাৰ মাটিত পৰি নমস্কাৰ কৰিব । তাৰ পাচত ব্ৰিধ বাদস্যাই প্ৰথম দুআৰ পালতে তেঁই ঘোৰাৰ পৰা নামিবলৈ আগ্যা দিলে, আৰু সিংহাসনৰ ওচৰ পোআত তাৰ সমুখে তিনি বাৰ ক্ৰমে ক্ৰমে প্ৰনাম কৰিবলৈ আগ্যা দিয়া গল ।

His Reconciliation with the King.

পাচে সেই কিৰাই এই ৰুপ বেৰহাৰ দেখি মনত অতি খেদ পাই ক্ৰন্দন কৰিলে । তেঁওৰ পুতেকে ইয়াকে দেখি আৰু অহঙ্কাৰ কৰি থাকিব নোআৰি, তেতিখনে সিংহাসনৰ পৰা নামি আপোন অপৰাধৰ নিমিত্তে বাপেকৰ চৰনত পৰি তেঁওৰ খেমা মাগন কৰিলে । তাতে সেই ধৰমি বুৰাই দায়াৰে পুৰ হৈ কৈকোবাদক কোলাত তুলি ললে, আৰু তেঁও কান্ধৰ ওপৰত মুৰ দি ক্ৰন্দন কৰিব ধৰিলে । এই দুয়ো জনৰ প্ৰেম দেখি সভাৰ সকলো লোকে কান্দিলে । এই ৰুপে ক্ৰন্দন কৰি এটালত কৈকোবাদে বাপেকক সিংহাসনত বহুআই আপুনি মৰ্জদা ভাৱে তেঁওৰ সোঁ কালে সিংহাসনত বহিল ।

তাৰ পাচত ৰজাৰ কৰমত দুয়োবো কথোপকথন হলত মান্তি, আৰু মিলনৰ দোআৰাই সকলো কৰম থিৰ হল । পাচত কিৰাই আপোনাৰ চাউনিলৈ আহি বঙ্গাল দেসলৈ পুনৰাই গমন কৰিলে ।

Nazim poisoned.

পাচে বাদস্যাই পুনৰাই দিলি নগৰলৈ গৈ আগৰ দৰে সুখ অভিলাসত কাল নিয়াবলৈ ধৰিলে । তাৰ পাচত কোনো ৰোগে ধৰাত বাপেকৰ উপদেসলৈ সুঁৱৰি নিজামৰ গাত আপোনাৰ সকলো দুখৰ জগৰ পেলালে । পাচত ওমৰাবিলাকে সেই নিজামক বিহ খুআলে । কোনো কোনোএ কই, বাদস্যাৰ আলচেৰে সেই কৰম কৰা হল, কিন্তু কোনোএ বোলে, সেই কথাৰ বুজ বাদস্যাই নে পালে ।

Feroz comes in Court.

তাৰ পাচত খিলজি নামে আফগান জাতি লোকৰ অধিকাৰ মালিকৰ পুতেক মালিক ফিৰোজ বাদস্যাৰ আগ্যাত সভলৈ আহিল আৰু চাৰেস্তা খাঁ পদত নিজোজন হল ।

## চেপ্তেম্বৰ অৰ্থাত আহিনৰ পঞ্জিকা ।

Almanac or September, A. D. 1854. Asam Era, 1776.

| চেপ্তেম্বৰ | ভাদ | বাৰ | তিথি | দিনমান | চেপ্তেম্বৰ | আহিন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৬ | ৯ | ১২।৩৪ | ১৬ | ১ | ৭ | ২৫ | ১২।১০ |
| ২ | ১৮ | ৭ | ১০ | ১২।৩২ | | | | | |
| | | | | | ১৭ | ২ | ১ | ২৫ | ১২।৮ |
| ৩ | ১৯ | ১ | ১১ | ১২।৩০ | ১৮ | ৩ | ২ | ২৬ | ১২।৬ |
| ৪ | ২০ | ২ | ১২ | ১২।২৮ | ১৯ | ৪ | ৩ | ২৭ | ১২।৫ |
| ৫ | ২১ | ৩ | ১৩ | ১২।২৬ | ২০ | ৫ | ৪ | ২৮ | ১২।৩ |
| ৬ | ২২ | ৪ | ১৫ | ১২।২৫ | ২১ | ৬ | ৫ | ২৯ | ১২।১ |
| ৭ | ২৩ | ৫ | ১৬ | ১২।২৩ | ২২ | ৭ | ৬ | ৩০ | ১২।০ |
| ৮ | ২৪ | ৬ | ১৭ | ১২।২২ | ২৩ | ৮ | ৭ | ১ | ১১।৫৯ |
| ৯ | ২৫ | ৭ | ১৮ | ১২।২০ | | | | | |
| | | | | | ২৪ | ৯ | ১ | ২ | ১১।৫৭ |
| ১০ | ২৬ | ১ | ১৯ | ১২।১৯ | ২৫ | ১০ | ২ | ৩ | ১১।৫৬ |
| ১১ | ২৭ | ২ | ২০ | ১২।১৭ | ২৬ | ১১ | ৩ | ৪ | ১১।৫৪ |
| ১২ | ২৮ | ৩ | ২১ | ১২।১৬ | ২৭ | ১২ | ৪ | ৫ | ১১।৫৩ |
| ১৩ | ২৯ | ৪ | ২২ | ১২।১৪ | ২৮ | ১৩ | ৫ | ৬ | ১১।৫২ |
| ১৪ | ৩০ | ৫ | ২৩ | ১২।১৩ | ২৯ | ১৪ | ৬ | ৭ | ১১।৫০ |
| ১৫ | ৩১ | ৬ | ২৪ | ১২ ১১ | ৩০ | ১৫ | ৭ | ৯ | ১১।৪৯ |

## BOOKS

FOR SALE AT THE SIBSAGOR MISSION PRESS.

A few copies still remain on hand of the

**ORUNUDOI MAGAZINE**

for 1850, '51, '52. The whole, cheaply bound in one volume, cloth, forming an excellent

**ASAMESE READING BOOK FOR SCHOOLS**

will be sold at the extremely low price of 2 Rs. per copy. This volume contains the whole of the ancient Asamese Buronji, which was commenced in the August number for 1850. The same handsomely bound, will be sold for 3 Rs

| | | |
|---|---|---|
| The History of PHULMONI AND KORUNA, a new work, especially designed for native Christian females, translated from the Bengali | 0 | 4 |
| The Orunudoi for 1853 | 1 | 0 |
| Asamese Buronji by the Tamuli Phukon, paper cover | 0 | 8 |
| Asamese Vocabulary and Phrases | 1 | 2 |
| Grammatical Notices of the Asamese Language | 1 | 8 |
| Asamese Primer, Bare Motora | 0 | 1 |
| First Reading Book, in Asamese | 0 | 3 |
| Asamese Arithmetic, first part | 0 | 8 |
| Ditto second part | 0 | 4 |
| Geography of Asia | 0 | 4 |
| Juvenile Tracts, per dozen | 0 | 4 |
| Ditto. bound in sheep | 0 | 8 |
| Ditto. bound in morocco, for presents to scholars | 0 | 12 |
| Dawk Book, printed octavo, in sheep | 3 | 0 |
| Ditto. half bound | 2 | 8 |
| Monthly Accounts, for servants, workmen, &c. with printed lines, | 1 | 0 |
| Writing Books for Schools, 12 sheets foolscap, each | 0 | 4 |
| Ditto. per dozen | 2 | 4 |
| Small Memorandum Books, each | 0 | 1 |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত ।

Receipts for the Orunudoi—Sibsagor

CAPTAIN D REID, 1853-54 — 20 Rs.

A. M'LEAN, ESQ. M. D. 1850—54 — 25 Rs.

C. W. WILMOT, ESQ. 1854 — 5 Rs.

শ্ৰীমতি কুন্তি কেৰলাইন চাইমন ৬ মাহ

Receipts for the Oru— —Tezpur

C. A. BRUCE, ESQ. 1853—54 — 4 Rs.

Receipts for the Orunudoi—Gowahati.

CAPTAIN E. A. ROWLATT, 1847—54 — 40 Rs.

শ্ৰীজুত ললিত সিং ৰজা দেস ৰানি, ১৮৫১—৫৫ — ৫৲

শ্ৰী বাবু থুলুকৰাম দাস দাৰোগা, ১৮৫০ ৫৪ — ৫৲

শ্ৰীজুত গঙ্গাৰাম বৰুআ নাজিৰ, ১৮৫০—৫৪ — ৫৲

শ্ৰীজুত ৰুদৰাম বৰ দলৈ জমাদৰ, ১৮৫০—৫৪ — ৫৲

শ্ৰীজুত নাৰায়ন দাস কানুনগো, ১৮৫০—৫৪ — ৫৲

শ্ৰীজুত ৰাধানাথ বৰ কটকি, ১৮৫০—৫৪ — ৫৲

শ্ৰীজুত বাবু দেববৰ ৰায় বাহাদুৰ প্ৰধান সদৰ আমিন, ১৮৫০—৫৪ — ৫৲

শ্ৰীজুত বাবু কালিদাস বোস, ১৮৫০—৫৪ — ৫৲

শ্ৰী বাবু গৌৰিনাথ চৌধুৰি দাৰোগা, ১৮৫০—৫৪ — ৫৲

শ্ৰী হৰমহন পণ্ডিত উকিল, ১৮৫০—৫৪ — ৫৲

Receipts for the Orunudoi—Nowgong.

শ্ৰী ঘিনাই লাইনচ পেক, ১৮৫৪ — ১৲

শ্ৰী জুৰমন গগৈ, ১৮৫৪ — ১৲


## THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুণোদই

৯ বচৰ । মোং সিৱসাগৰ, চেপ্তেম্বৰ, ১৮৫৪ । নম্বৰ ৯ ।

VOL. IX. SIBSAGOR: SEPTEMBER, 1854. NO. 9.

## নানা দেসৰ সম্বাদ ।

**Journal of Events.—Russian War.**

ৰুচিয়াৰ ফৌজবিলাকে চিলিস্ত্ৰিয়া নগৰ বেৰি ধৰি ২০ জুনত জুধ কৰিলে । কিন্তু তুৰুকিবিলাকে সিইতক জিনি খেদালে । সিইতৰ মৰা আৰু খুন হোআ ৪০,০০০ মান আচিল । পাচে ৰুচিয়াইতে ওআলাখিয়া প্ৰদেস এৰি আন ঠাইলৈ গল ।

**Battle near Giorgova.**

৯ জুন তাৰিখত জিয়ৰ্গবা নগৰৰ ওচৰত তুৰুকিৰ ফৌজে দানুব নদিৰ পাৰ হৈ ৰুচিয়াই সৈতে ১০ ঘণ্টা মান জুধ কৰি জিনিলে । ৰুচিয়াৰ হানি হল ৫০০০ মানুহ ।

**Treaty between Austria and Turkey.**

অস্ত্ৰিয়া দেসৰ ৰজাই চুলতানে সৈতে ৰুচিয়াৰ অহিতে নিৰ্বন্ধ কৰিলে, আৰু মলদাবিয়া ওআলিয়া প্ৰদেস ৰাখিবলৈ সেনা পঠাইচে । ফ্ৰান্সৰ ১০,০০০ মানুহক ৰুচিয়া ৰাজ নগৰৰ ফাললৈ পঠাইচে ।

**Death of Abbas Pacha.**

মিচৰ দেসৰ ৰজা আবাচ বাদস্যা ১৪ জুন তাৰিখত মৃত্যু হল । তেঁও মৰিলত চায়দ বাদস্যাই সেই দেসৰ ৰজাৰ ভাৰ পালে ।

**The Crystal Palace opened.**

ইংলণ্ডত ১০ জুন তাৰিখে আৰ্চিবে সজা নতুন মহা দৰ্সনৰ ঘৰ মুকলি কৰা হোআত বহু মানুহে তাক দেখিবলৈ সোমাল । সেই আৰ্চি ঘৰত অনেক অনেক দেসৰ নতুন আৰু পুৰনি বস্তু ৰাখি দৰ্সন কৰাৰ ।

**Tree struck by Lightning.**

৫ আগষ্ট সনিবাৰ নিসা ৮ বজাৰ সময় শ্ৰীজুত নাওবৈচা ফুকন দাৰোগা আৰু ৰঙ্গপুৰ থানাৰ শ্ৰী দুৰ্গাৰাম জমাদাৰ সঙ্গত ১৫।১৬ জন মানুহে সৈতে জোৰহাটৰ পৰা ৰঙ্গপুৰলৈ আহোঁতে নামভাঙ্গৰ ওচৰৰ নগা আলিৰ মূৰ পাঁওতে মানুহবিলাকৰ পৰা ২ বেঁও কি ৩ বেঁও মানৰ আঁতৰত আলিৰ দাঁতিত থকা এজোপা আইত গচত অকস্মাতে বজ্ৰপাত পৰিল । মানুহবিলাকৰ কোনো কোনো উফৰি আলিৰ দাঁতিত পৰিলগৈ, কোনোবিলাক তাতে ঠৰ হৈ থাকিল, প্ৰাই আটাই মানুহবিলাকৰ কিচুমান বেলিলৈ কানত তাল মাৰিচিল, চকুএও নে দেখা হৈচিল । আৰু ফুকন উঠা ঘোঁৰাতিটো মাটিত আঁঠু কাঢ়ি পৰিল, জমাদাৰৰ চাতিটো জুইৰ কনিকাবোৰ আহি পুৰি চালনিৰ জলা জেন কৰিলে; তথাপি মানুহ এটাও ন মৰিল ।

**Buffaloes shot at Kolia Pani.**

কলিয়া পানিৰ ভাটি কাস্তে চেউনি আলিৰ দাঁতিতে মানুহ মৰা বনৰিয়া গোনা মহ এটা থাকি, আলিএ অহা বাটৰুআ মানুহ আদিক অনেক উপদ্ৰও কৰাত; প্ৰাই তাৰ আলিৰ নোঅৰা হৈচিল । আৰু আগষ্ট মাহতে কিৰা বিচাৰি জোআ মানুহ এটাও মাৰিলে । এই কথা জিলাৰ শ্ৰীজুত মাজিষ্ট্ৰেট চাহাবে সুনি, মাৰিবৰ নিমিত্তে শ্ৰী ৰাধাকান্ত গগৈ হাতি ৰখুআ মৌজাদাৰক হুকুম দিয়াত ৰখুআই,

গৈ, ১৮ আগষ্ট তাৰিখে চেউনি আলিৰ দখিন ফালে থাকোতে হিলৈৰে দুই গুলি মাৰি সেই মহ্‌টো মাৰিলে।

**Opening of the Indian Railway.**

কলিকতাৰ পচিম পাৰে হাৱৰা নগৰৰ পৰা পচিম হিন্দুস্থানলৈ ভাপৰ গাঁৰি চলাই তাৰে বেহা বানিজৰ সুজোগ কৰিবৰ নিমিত্তে "ইষ্ট ইণ্ডিয়ান ৰেলোৱেই কম্পানি" নামে কেতবিলাক সদাগৰে সেই গাঁৰি চলাবলৈ লোৰ বাট ইত্যাদি কৰিচে। এতিয়া সেই বাট হাৱৰাৰ পৰা ৩৬ মাইল দূৰৈ পেৰুআ নামে এখন ঠাইলৈকে সুন্দৰ ৰূপে হোআত তালৈ গাঁৰি ২।৩ দিন চলাইচিল। জোআ কালিও সেই ৰূপে পেৰুআলৈ গাঁৰি জাবৰ কথা সুনি আমি চাবলৈ গলোঁ। লোৰ বাটৰ ওপৰে ভাপৰ বলত, গাৰি আৰু তাৰ পিচত বান্ধি দিয়া জাত্রি জোআ কাঠৰ গাঁৰি এই দুখন চলাইচিল। তাৰ বেগৰ কথা কি কম? এতিয়া নকৈ হোআত অতিসই বেগে ন চলে, তেও হাৱৰাৰ পৰা ৩৬ মাইল দূৰৈ পেৰুআ নগৰ ইংৰাজি ১ ঘণ্টা ৩৬ মিনিটত পালেগৈ। এই গাঁৰি চলোআক চাবলৈ প্ৰাই ৩।৪ হেজাৰ মানুহ গৈচিল। জেতিয়া গাঁৰি চলাৰ পৰা বাট পথ ভাল ৰূপে প্ৰস্তুত হব, আৰু জি জি কল লাগে, সিও সুন্দৰ ৰূপে হব তেতিয়া দিলি চহৰলৈ ইংৰাজি ৩৮ ঘণ্টাত জোআ হব। আৰু সেই চহৰ কলিকতাৰ পৰা ৭০০ মাইলতকৈও দূৰৈহে হব। উৰ্দ্ধ সংখ্যা ১০০ আৰু ন্যূন সংখ্যা ১২ টকা হলেই তালৈ জাব পৰা বুলি সুনিচোঁ।

ইমান বেগে গাঁৰি চলা কথা সুনি আমাৰ দেসি লোক সকলে আচৰিত হব পাৰিব; এতেকে আমি ইশ্বৰত খাটিচোঁ, জেন আমাৰ দেসতো সেই দৰৰ গাঁৰি চলাই লোক সকলৰ সুখ ব্ৰিধি আৰু চমত্কাৰ গুচাওক।

ধন্য ইংৰাজ জাতি, জি এনে আচৰিত কৰম সকল কৰিচে। ধন্য ভাৰত বৰিস, অ কিবা তপস্যাৰ ফলত এনে সুবুধিমন্ত অধিকাৰ পাইচে! তাৰু মযো ধন্য ধন্য, কিয়নো আমাৰ দেসৰ কোনো মানুহে কোনো কালত নে দেখা আচৰিত কৰম আপোন চকুৰে দেখিলোঁ। গাঁৰিত উঠিবৰ মোৰ বাঞ্চা আচে, সেয়ে হলে কল আৰু আন আন বিসয়ৰ কথা বিসেসকৈ লিখিম।

কলিকতাৰ পৰা পচিম হিন্দুস্থানলৈ ইলেকত্রিক টেলিগ্ৰাফ নামে বিদুলি জন্ত্ৰ প্ৰস্তুত হৈচে। ইয়াৰ দোআৰাই প্ৰাই ডেৰ ঘণ্টা মানতে আগ্ৰাৰ পৰা সম্বাদ আহে। এই বিদুলি জন্ত্ৰ আৰু ভাপৰ গাৰি চলিলে ইংৰাজ দেসাধিকাৰে নিৰ্ব্বিঘিনিৰে ভাৰত বৰিস অধিকাৰ কৰিব পাৰিব। কিয়নো জদি কোনো ঠাইত জুধ অথবা আকাল হই, তেন্তে ইলেকত্রিক টেলিগ্ৰাফেৰে প্ৰাই দুই ঘণ্টা মানতে সম্বাদ আহিলে ভাপৰ গাঁৰিৰে প্ৰাই দুই দিন মানতে সৈন্য অথবা চাউল পাতি পঠিয়ালে সকলো বিঘিনি গুচিব। এই নিমিত্তেহে আমি বিশ্বাস কৰিচোঁ, ভাৰত বৰিসৰ উপকাৰৰ নিমিত্তেহে ইংৰাজ লোক ৰজা হৈচেহি। গ.

**Extraordinary Calf in Calcutta.**

কলিকতাৰ ধৰমতলাৰ হন্তৰ কম্পানি নামে ঘৰৰ সমুখতে সাত ঠেঙ, দুই গা, এক মুৰ, আৰু দুগচ নেগুৰ, এনে কুআ এটা দমৰা গৰু পোআলি আচে; ইয়াক চাবলৈ গলে প্ৰতি জনে এক আধলি দিব লাগে। আৰু লৰা তিৰোতা লৈ গলে এটকা দিব লাগে। এই দমৰা হনু আগেএ অন্য কাৰোবাৰ আচিল, এতিয়াৰ গৰাকিএ তাৰু তৰ পৰা কিনিহে আনিচে। আগৰ গৰাকিএও মানুহক এই আচৰিত গৰু দেখুআই ধন ঘটিচিলে। এনে অদ্ভুত কথা সুনি, এই দেসৰ মানুহে কিবা অমঙ্গলৰ চিন বুলিব পাৰে। কিন্তু গুনি চালে ই একো অমঙ্গলৰ কথা ন হই, কিয়নো ইশ্বৰৰ কিবা নিয়মৰ পৰাহে ইএই হৈচে। আৰু ইশ্বৰৰ নিয়ম আমাৰ কেতিয়াও অপকাৰক ন হই। জদি অমঙ্গলহে হলহেঁতেন, তেন্তে ওপৰত কোআ দু গৰাকিএ সেই অমঙ্গলিয়া বস্তু দেখুআই ধন ঘটিব নোআৰিলেহেঁতেন। গ.

**Strength of the Persian army.**

পাৰ্চি সেনা সেনাপতিৰ সংখ্যা এই । ছিৰৈ ধৰা চিপাহিৰ ৮২ ফৌজ বা পল্টন আচে; এক পল্টনৰ সেনা সেনাপতিৰ ১১১০ মানুহ আচে । তাত বাজে তুৰুংচি নামে ৮০,০০০ সেনা, সিইঁতে সদাই চিপাহিৰ কাম ন কৰে: ৰৰ ৰন হলেহে সিইঁতক মাতে। ৰজাক ৰখিয়া হৈ থকা ১০,০০০ চিপাহি ঘোঁৰাই সৈতে আচে; আৰু তাত বাজে ঘোঁৰাত উঠা সামান্য চিপাহি ১,১০০০০ আচে; মুঠে দুই লাখ । এই সামান্য ঘোঁৰাৰ চিপাহিএ মহিনা নে পাই; ঠায়ে ঠায়ে ডকা দি বস্তু পাই প্ৰবৰ্ত্তি থাকে । ৰৰ টোপ ১৬২ আচে; তাৰ লগত ৪০০০ সেনা, ৫০০০ ঘোঁৰা আচে । আৰু পিচিত সৰু টোপ লোআ ২০০ উট আচে, উটে পতি মানুহ এটা, তাত বাজে বস্তু নিবলৈ আৰু ১০০ মান উট আচে । মুঠে ৮০০০ উট ৰজাৰ কামৰ নিমিত্তে ৰাখি থাকে ।

**Schools in Ceylon.**

সিংঘল দিপ অৰ্থাত লঙ্কা মাজুলিৰ লৰাবিলাকে ইংৰাজি ভাসা সিকিবৰ নিমিত্তে গৱৰ্ন মেণ্টে ইস্কুল পাতিচে, কিন্তু আন ভাসা সিকাবলৈ ধন নি দিএ ।

**Success of Missions in New Zealand.**

নুজিলণ্ড দিপত থকা এজন পাদুৰি চাহাবে কৈচে, এতিয়া সেই দিপৰ মাজত সকলো নগৰ আৰু গাঁৱত সাম্ৰ পৰ্হি প্ৰাৰ্থনা কৰা মানুহ আচে ।

**The Sandwich Islands.**

হাৱাই আৰু তাৰ ওচৰত থকা মাজুলিবিলাকত নিবাসি লোকে আগৰ ৰাখ্যসৰ দস্তুৰ সকল এৰি খ্ৰিষ্টিয়ান ধৰম ললে । বিদেসৰ পৰা আৰু পাদুৰিবিলাকক তালৈ পঠাবলৈ কাৰ্জ্জ নাই, সিইঁতে আপোনাৰ পাদুৰিবিলাকক ৰাখি পোহৰ পালন কৰিব পাৰিচে ।

**Chinese Newspaper in California.**

কালিফৰ্নিয়া দেসত খেহ লোক ২৫,০০০ মান আচে । সিইঁতে আপোন ভাসাৰে এটা সমাচাৰ পত্ৰ চাপিচে, তাৰ নাম সুবৰ্ন পৰ্বতৰ বাৰ্ত্তাবহ ।

## সিহুবিলাকৰ হিতস্য ।

**Advice to Children.**

পিত্ৰি মাইৰা মাত্ৰিৰ জি চেনেহ, সেয়ে ৰৰ উতম আৰু মিঠা বুজা জাই; কিন্তু পুৰুস আৰু তিৰি দুয়ো পাপ স্বভাৱত জনম হৈও এই কালত জিহতে সুখ হই, এনেকুআ কৰম কৰে । সিইঁতে আগলৈ হব লগা প্ৰতিফল বিবেচনা আৰু অনেক অনেক কথাত বিশ্বাস ন কৰি জিমানকৈ ইহকালৰ কোনো বস্তু প্ৰেম কৰে, তাতকৈও সিইঁতৰ এই কালৰ আনন্দৰ কাৰনে পৰকালৰ সুখ দুখৰ বিসয়ে কৰা হৈ থাকে । জদি আমি মায়া কৰি সিদুবিলাকক তুষ্ট কৰিবৰ নিমিত্তে বুধি দিঁও, তেন্তে সিইঁতৰ বিদয়ত থকা জি প্ৰেম আমাৰ মঙ্গলৰ নিমিত্তে দিয়া হৈচে, তাৰ দোআৰাই আমি আমাৰ দুখ ব্ৰিধি কৰোঁ, আৰু লৰাবিলাককো সৰ্বনাস লোআও ।

জেতিয়া ইশ্বৰে এই জগতলৈ কোনো সিসুক পঠাই, তেতিয়া তেঁও তাৰ বিসেস ভাৰ লবৰ নিমিত্তে দুই জন মানুহক সোধাই দিএ । এনেকুআ কৰম চলাবৰ নিমিত্তে তেঁও সিইঁতৰ মনত এক নতুন প্ৰবৰ্ত্তন দি সেই সিসুক সুখাদিৰ হেতু দিএ, অৰ্থাত পিত্ৰি মাত্ৰিৰ বিদয়ত এক বিসেস প্ৰেম উতপন কৰে । সিদুবিলাকলৈ পিত্ৰি মাত্ৰিৰ জি মৰম, তাতকৈ আনন্দ জনক আৰু একো কথা নাই; আৰু জেতিয়ালৈকে সন্তান ন হই, তেতিয়ালৈকে সেই প্ৰেম উতপন ন হই ।

পুত্ৰলৈ পিত্ৰিৰ জেনে চেনেহ, আপোনাকে ভই কৰি ৰখাবিলাককৈকো ইশ্বৰৰ তেনে চেনেহ । দা ১০৩ গিত; ১৩ পদ । দে.



## দখিণ সাগৰৰ মাজুলিৰ এজন মানুহ আৰু কথা কোআ কাঠ এডোখৰ ।

South Sea Islander and speaking Chip.

উলিয়ম নামে এজন পাদুৰি চাহাব ঈশ্বৰৰ বাক্যৰ কথা কিৰ্ত্তন কৰিবলৈ গৈ সেই মাজুলিতে আছিল । এদিন ৰাতিপুআ তেঁও কিবা বন কৰিবলৈ ভোআত সঞ্জুলি এটা আনিবলৈ ঘৰতে পাহৰি এৰি আহিল । পাচে তেঁও সৰু কাঠ এচলি লৈ তাৰ ওপৰত খৰি মাটিৰে, "মেম চাহাবে জেন তেঁওলৈ সেই এৰি অহা বস্তুটি পঠাই দিএ," এই কথা লিখিলে । সেই কাৰসনা বনৰ ওপৰত অধিকাৰ পাতি দিয়া প্ৰধান গাম এটাক মাতি আনি, তাৰ হাতত কাঠ চলি দি কলে, তুমি মোৰ বঙ্গলালৈ গৈ মেম চাহাবৰ হাতত এই কাঠ ডোখৰ দিয়া । গামে কাঠ ডুখৰি হাতত লৈ চাহাবত সুধিলে, মেম চাহাবৰ আগত মই কি কথা কব লাগিব? চাহাবে কলে, তুমি একো কব নে লাগে; মোক জি লাগে তাক এই কাঠ ডোখৰেই কব । এই কথাত গামে বিস্মই মানি কাঠ ডোখৰলৈ একে ঠৰে চাই থাকি চাহাবত কলে, ই কেনেকৈ কথা কব, ইয়াৰ মুখ আচে নে? তাতে চাহাবে তাক কথা সুধি পলম কৰি থাকিবলৈ নি দি মেমৰ ওচৰলৈ বেগাতে জাবলৈ পঠাই দিলে ।

গামে বঙ্গলা পাই কাঠ ডোখৰ মেম চাহাবৰ হাতত দিলে, পাচে মেম চাহাবে তাত লিখা কথা পৰ্হি চাই কাঠ ডোখৰ দলি মাৰি পেলাই দি সঞ্জুলিটো আনিবলৈ চন্দুক মেলিবৰ কাৰণে ভিতৰলৈ গল । তাতে সেই গামে এনে অদ্ভুত কৰমৰ কি ফল, তাক দেখিবৰ মনেৰে মেম চাহাবৰ পাচে পাচে লাহে লাহে গল ।

পাচে সঞ্জুলিটো মেম চাহাবে আনি গামৰ হাতত দিয়াত সি সুধিলে, হেৰা আইটি, ৰবা, ৰবা, চাহাবে জি বস্তু খুজিছিল, তাক তুমি কেনেকৈ জানিলা? মেম চাহাবে কলে, কিয়? তুমি কাঠ এডুখৰি আনি মোক এতিয়াই দিয়া নাই নে? সি বুলিলে, হয় দিচোঁ; কিন্তু তাক কথা কবৰ মই নু সুনিলোঁ । তুমি জদি নু সুনিলা, তেও মই সুনিচোঁ, মেম চাহাবে ইয়াকে কৈ তাক চাহাবৰ ওচৰলৈ জাবলৈ বেগতে পঠাই দিলে ।

ইয়াতে সেই গামে সঞ্জুলিটো এহাতে আৰু এহাতে সেই কাঠ ডোখৰ বুটলি আনি দুই হাতে দুটা লৈ ওপৰলৈ দাঙ্গি গাঁৱৰ মাজে দি তেও মাৰি মাৰি ৰিঙ্গিয়াই ৰিঙ্গিয়াই ইয়াকে কৈ চাহাবৰ ওচৰলৈ গল; এই ইংৰাজিবিলাকৰ গিয়ান দেখা, সিবিলাকে কাঠৰ চলিক কথা কোআব পাৰে; দেখা, সিবিলাকে কাঠৰ চলিক কথা কোআব পাৰে । ৰ. ন.





## জেহাংগিৰ বাদস্যাৰ বিবৰন ।

The Mogul Emperor Jehangir.

চিলিম নামে আকবৰৰ পুত্রেক ১৬০৫ সঁকত সিংহাসনত উঠি জেহাংগিৰ অৰ্থাত জগতৰ অধিকাৰ নাম ললে। তেঁওৰ বাপেক নৌ মৰোঁতে সি এজনি সুন্দৰ চোআলিলৈ মন কৰি বাপেকত তাইক খুজিলে, কিন্তু তাই বাগদান কৰা হোআ হেতুকে আকবৰে তাইক লবলৈ নিসেধ কৰিলে। জেতিয়া জেহাংগিৰ ৰজা হল, তেতিয়া সেই চোআলিৰ পৈএকক বধ কৰি তাইক পালে, কিন্তু পাচে বধ কৰাৰ অসন্তোসেৰে চাৰি বচৰলৈকে তাইক নে মাতি আঁতৰতে থলে। পাচে তাই বেজিৰে সৈতে অনেক ৰৰনিয়া কাপৰ সি, নকচা আদি কৰি বেচিলে; তাতে তাইৰ গিয়ান সকলো মানুহে সলাগিলে। বাদস্যাই তাকে সুনি তাইক মাতি মৰ্জতা কৰি মহা ৰানি ৰাব দি নুৰ জেহান অৰ্থাত জগতৰ পহৰ, এই নাম দিলে। আৰু নুৰ জেহানৰ বাপেক চাজা আয়াচক প্ৰধান ৰাজ মন্ত্রি ৰাব দিলে। বাদস্যাৰ সৰু পুত্রেক চৰিয়ৰে নুৰ জেহানৰ জিএকক বিয়া কৰোআত সেই চৰিয়ৰক আগলৈ ৰজা ৰাব দিবলৈ নুৰ জেহানৰ ইচা আচিল, কিন্তু বাদস্যাৰ দ্বিতিয় পুত্রেক স্যা জেহানে সিংহাসন পাবলৈ বাদস্যাৰ ৰৰ পুত্রেক খোস্রোক বধ কৰি, বাপেকৰ অহিতে দ্রোহ পাতিলে; পাচে ৰন কৰি পৰাস্ত হৈ প্রানৰ নিমিত্তে বাপেকৰ ক্রিপা মাগন কৰিলে।

আৰু জেহাংগিৰৰ প্ৰধান সেনাপতি মহাবেতক বধ কৰিবলৈ নুৰ জেহানে উপাই কৰাত সেই সেনাপতিএ কৌশলেৰে সৈতে বাদস্যা আৰু ৰানি দুইকো ধৰিলে। পাচে মহা ৰানিএ কান্দিবলৈ ধৰাত সেনাপতিএ ৰজাক মুকলি কৰিলে। সেসত ১৬২৮ সঁকত জেহাংগিৰ বাদস্যাহ মৰাত তেঁওৰ পুত্রেক স্যা জেহান বাদস্যাই মহা ৰজা হল।

## আবদালাহ আৰু চাবাটৰ বিবৰন।

**Account of Abdul and Sabat.**

আবদালাহ আৰু চাবাট, এই দুয়ো জন আৰবি বঙ্গহৰ ডেকা জৌবন লোক আছিলে; আৰু সিবিলাক অতি প্ৰিয় বন্ধু হোআ হেতুকে একে লগে বিদেস চাবলৈ জাত্ৰা কৰিলে। সিবিলাক মহমদৰ মতত বৰ উচাহি আছিলে। সিবিলাক মহমদৰ বংসাৱলিৰ সমন্ধৰ, বেনিচাবাটৰ বঙ্গহৰ এক প্ৰধান পৰিয়াল, ইব্ৰাহিম চাবাটৰ পুত্ৰই সেই চাবাট। সেই বন্ধু দুজনে আৰব দেস এৰি, পাচে মেকা নগৰত ভবিস্যত বক্তাৰ জি মৈদাম আছিল, তাত সেৱা কৰি, পাৰ্চি দেসে দি কাবোললৈ আহিল। আবদালাহক কাবোলৰ জামায়ুন স্যাহ ৰজাই কোনো এক কৰম দি ৰাখিলে; পাচে চাবাটে তেঁওক তাতে এৰি, তাতাৰ দেসে দি জাত্ৰা কৰিলে।

আৰ্মিনিয়া দেসৰ পৰা আহি, কাবোলত থকা খ্ৰিষ্টিয়ান লোক এজনৰ এখনি ধৰম সাস্ত্ৰ আছিল, তাতে আবদালাহে সেই সাস্ত্ৰ খনি পাই পাঠ কৰি, পাচে মন পালটাই খ্ৰিষ্টিয়ান ধৰম গ্ৰাহ্য কৰিলে। সেই মহমদৰ মত লোআ দেসত, কোনো মানুহে জদি খ্ৰিষ্টিয়ান ধৰম গ্ৰাহ্য কৰে, তেন্তে সেই মানুহৰ প্ৰান দণ্ড হয়; এনে আগ্যা আছিলে। খ্ৰিষ্টিয়ান হোআৰ কথা গুপুত কৰিবলৈ আবদালাহে অনেক চেষ্টা কৰিছিলে; কিন্তু অসাধ্য জেন দেখি, কাস্পিয়েন সমুদ্ৰৰ ওচৰত থকা কোনো খ্ৰিষ্টিয়ান মণ্ডলিলৈ জাবলৈ থিৰ কৰিলে। এই হেতুকে তেঁও আন ৰূপ ধৰি কাবোল এৰিলে। আৰু তেঁও তাতাৰ দেসৰ বোখৰা নগৰ পাওতেই, তেঁওৰ বন্ধু জি চাবাট, তেঁও সেই নগৰৰ বাটত তেঁওক দেখিলতে চিনি পালে।

চাবাটে আগেয়েই তেঁও খ্ৰিষ্টিয়ান ধৰম আচৰন কৰা, আৰু পলোআ কথা সুনি ক্ৰোধেৰে পুৰ হৈ আছিলে। তেতিয়া আবদালাহে আপোন সঙ্কট জানি চাবাটৰ ভৰিত পৰিল। আৰু তেঁও খ্ৰিষ্টিয়ান হলোঁ বুলি দৈ কাহিলে; আৰু আগৰ মুখিয়াতি পোআ বন্ধুৰ প্ৰিতিৰ বন্ধনৰ দোআৰাই তেঁওৰ প্ৰান ৰখা কৰিবলৈ কাকুতি মিনতি কৰিলে। কিন্তু চাবাটে এক্ষেত্ৰিও দায়া ন কৰি তেঁওৰ বন্দিবোৰক ধৰিবলৈ আগ্যা দি, বোখৰা নগৰৰ মৰাদস্যা ৰজাৰ আগত তেঁওক সোধাই দিব দিলেগৈ।

পাচে সোধাই দিলত, ৰজাই তেঁওক প্ৰান দণ্ডৰ আগ্যা কৰিলে; আৰু ৰাজ আগ্যা প্ৰকাস কৰা মানুহ এজন বোখৰা নগৰৰ মাজে দি গৈ, তেঁওৰ প্ৰান দণ্ড কৰা সময়ৰ সম্বাদ প্ৰকাস কৰিলে। তাতে নগৰৰ প্ৰধান প্ৰধান আৰু হেজাৰ হেজাৰ সামান্য লোকো গোট খাইছিলে। চাবাটো গৈ, আবদালাহৰ ওচৰতে থিয় হৈ আছিলে। চাউভাঙ্গহঁতে হাতত তৰোআল ধৰাৰ সময়ত, তেঁওক খ্ৰিষ্টক আসৈ কৰি, প্ৰান ৰাখিবলৈ ৰাজ অনুমতি দিয়া হৈছিলে; কিন্তু তেঁও এই প্ৰসঙ্গৰ কথাত সন্মত হোআ অসাধ্য জেন দেখি, কলে ন হয়, মই খ্ৰিষ্টক আসৈ কৰিব নোআৰোঁ।

তেতিয়াই তেঁওৰ হাত এখন গাঁঠিতে কাটি পেলালে; কিন্তু তেঁও হাত নৰলাকৈ ৰাখি থিয় হৈ থাকিল। আপোনাৰ আগেয়ে কোআ কথা তেঁও জদি আসৈ কৰে, তেন্তে ৰজাই সেই কটা ঘা বেজ লগাই সুস্থ কৰাব খুজিছিল; কিন্তু তেঁও একো উত্তৰ নি দিলে। আৰু প্ৰথম মাৰ্তৰ স্তিফানৰ দৰে স্বৰগৰ ফাললৈ পিৰকৈ চাই থাকোঁতে চকুৰ লো বৈ গল। তেঁও চাবাটলৈ ক্ৰোধেৰে চোআ নাই; কিন্তু স্নিগ্ধ ভাৱে আৰু প্ৰেমাৰ মুখেৰেহে চাইছিল।

তাৰ পাচে তেঁওৰ আন হাতো কটা গল। কিন্তু চাবাটে এজনৰ আগত পাচে বুলিলে, মহাসই, তেঁও নু লুটিয়ালে, কেতিয়াও নু লুটিয়াই। আৰু তেঁও জেতিয়া মৰনৰ কোব পাবলৈও মুৰ দোঁআলে, তেতিয়া আটাই বোখৰাৰ লোকে কনলৈ ধৰিলে, বোলে, এয়ে কেনে আচৰিত মৰন!

আবদালাহক প্ৰান ৰাখিবলৈ দিয়াত, আগেয়ে কোআ কথা আসৈ কৰিব বুলি চাবাটে বৰ আসা কৰিছিলে। কিন্তু তেঁওৰ বন্ধু মৰা দেখি, তেঁও সোক আৰু মনৰ খেদৰ অধিনলৈ আপোনাক এৰি দিলে। তেঁও কতো জি-

যদি বিচাৰি নে পাই, চাঁয়ে চাঁয়ে তুমুল কৰি ধৰিলে। সেমত তেঁও তাৰত বৰ্ষ দেখিমগৈ বুজি ভাবিলে। তেঁও মাদ্রাচলৈ অহাৰে পৰা কিছু বচৰ হল। তেঁও পোআৰ পাচে সিয়ে কম্পানি লোকে তেঁওক মহম্মদিয় বিধানৰ অৰ্থ প্রকাসক পাতিলে। আপোন দেসত বৰ বিদ্যাৱন্ত আৰু মান্যৱন্ত হোআত, এনে প্রধান কৰম নৰলৈ তেঁও বিচক্ষন ৰূপে জোগ্য আচিল; আৰু এতিয়া তেঁওৰ নিজ মন পালটনৰো সমই ওচৰ হল।

তেঁও জেতিয়া উত্তৰ চিৰকাৰৰ বিজগাপাত্তামত সেই প্রধান কৰম কৰিচিলে, তেতিয়া কোনো প্রকাৰে ইশ্বৰৰ অনুগ্ৰহত আৰবি ভাসাৰ নতুন নিয়ম সাস্ত্র এখানি তেঁওৰ হাতত পৰিল। তেঁও কোৰান আগতে থৈ তাক বৰ গম্ভিৰ মনেৰে পাঠ কৰিলে। আৰু দুয়োটাকে মিলন কৰিলে; পাচে পহৰৰ চল আহি লগাৰ দৰে ইশ্বৰৰ সাস্ত্র জে সত্য সেয়ে তেঁওৰ মনত লাগিল। পাচে তেঁও অলপতে তিনি স মাইলৰ দুৰত থকা মাদ্রাচ নগৰলৈ গৈ সকলোৰে আগত প্রভু যিচু খ্রিষ্টৰ আস্রই লোআ কথা সৈ কাৰ্হি, পাদুৰি ক্রেবৃ চাহাবৰ গাৰাই খ্রিষ্টিয়ান মণ্ডলিত গ্রাহ্য কৰা হল; তিয়া তেঁওৰ বয়স সাতাইচ বচৰ হৈচিল।

"আৰু জি জি লোকে যিচু খ্রিষ্টত আস্রই কৰি ধৰম কৰমেৰে দিন নিয়াবৰ ইচা হই, সেই সকলোএ তাৰনাৰ দুখ ভোগ কৰিব; আৰু আপোনাৰ পৰিয়ালেই মানুহৰ সত্রু হব," এই জি কথা সদাই ঘটে, তাকে চাবাটৈ এতিয়াহে সত্য ধৰমৰ পৰিধাৰ লোআৰাই বুজ পালে; কিয়নো তেঁও জে আবদালাহৰ আৰ্হি লৈ খ্রিষ্টিয়ান হল, ইয়াকে আৰব দেসত থকা পৰিয়ালবিলাকে সুনি, তাৰত বৰলৈ জল আত্রাৰে জি দুমাহৰ বাট, তালৈকে তেঁওক কোনো প্রকাৰে চলকৈ বধিবলৈ তেঁওৰ ভায়েকক পাচি দিলে।

চাবাট বিজগাপাত্তামৰ তেঁওৰ ঘৰত বহি থাকোঁতে, তেঁওৰ ভায়েকে দিঘল জোমাৰ তলত সৰু তৰোআল লুকাই লৈ আহি আপোনাকে অকিৰ ৰূপে দেখা দি, অতি বেগে ভিতৰ সোমাই তেঁওক ঘা মাৰি দিলে; কিন্তু চাবাট উঠি তেঁওৰ হাতত ধৰিলে, আৰু বন্দিবিলাকো আহি তেঁওক উপকাৰ কৰিলে। পাচে ভায়েকক তেঁও চিনি পালে। বধ কৰ্ত্তা জন, দেসৰ নিতি মতে দোধ কৰ্ত্তাৰ আগত দণ্ডৰ পাত্র হলহেঁতেন; কিন্তু চাবাটে তেঁওৰ ভায়েকৰ কাৰনে নিবেদন কৰি আৰব দেসত থকা মেকালৈ পত্র আৰু বটা দি ঘৰলৈ তাক কুসলে বিদাই দিলে।

ইশ্বৰৰ মহিমা প্রকাস কৰিবলৈ তেঁওৰ ইচা হোআত, সাংসাৰিক কৰম এৰি বঙ্গাল দেসলৈ আহি, পাৰ্চি ভাসাৰে ধৰম সাস্ত্র তৰ্জমা কৰিবলৈ আৰম্ভন কৰিলে। তৰ্জমা কৰোঁতা নো পোআ হেতুকে তেতিয়ালৈকে সেই কৰম সিধি হোআ নাই। পাৰ্চি ভাসা কলিকতাৰ পৰা হামেচক নগৰলৈকে সাধাৰন আৰু উচিত ভাসা, বিসেসকৈ প্রধান জাতিৰ মাজত চলিত হোআ হেতুকে, পচিম আচিয়াৰ সকলো লোকে বুজে। কিন্তু এই মান্যৱন্ত আৰবি জনে, আৰব দেসৰ অধিৰ ধৰমৰ মতিৰ পৰা স্বদেসিবিলাকৰ মাজত সুভ বাত্রা প্রকাস কৰা জি মহা কৰম, সেই কৰমৰ আসাত তেঁওৰ মন উচাহি হৈচিল। ক. দ.



**মহা মহিম শ্ৰীযুক্ত অৰুনোদই সম্বাদ প্ৰকাসক চাহাব বৰাবৰেষু ।**

Proverbs.

হে অৰুনোদই সম্বাদ প্ৰকাস কৰোঁতা চাহাব, আমি অৰুনোদইত চাপিবৰ নিমিত্তে কুটামান কথা লিখিচোঁ, তাকে চাহাবে অৰুনোদইত অনুগ্ৰহ কৰি চাপি আমাক মনত বৰ্দ্ধ কৰাব।

হে অচম দেসি প্ৰিয় বন্ধু বালকগন, তোমোলাকে আপোন পিত্ৰিৰ আদেস গ্ৰহন কৰা, আৰু মাত্ৰিৰ আগ্যা লংঘন কেতিয়াও ন কৰিবা; কাৰন সেই সকল কথাই তোমালৈ সিৰোভূসন আৰু গলত পিন্ধা মুকুতা মালাৰ নিচিনা সোভা কৰোঁতা হব। আৰু সেই আগ্যাৰ দৰে চলিলে কোনো সঙ্কটত ন পৰিবা, আৰু বেগেৰে গমন কৰিলেও তোমাৰ ভৰিত দুখ নে পাবা।

তুমি গিয়ান সিখ্যা ধৰা, তাক এৰি নি দিবা; সাৱধান হৈ তাক ৰাখা, সেয়ে তোমাৰ প্ৰান অৱস্যে ৰাখিব। তুমি দুষ্ট লোকৰ পথে দি নে জাবা, আৰু অধৰমিৰ বাটে দিও ন চলিবা।

জি পথে তুমি জোআ, তাক বিবেচনা কৰি ধৰা, তাতে তোমাৰ একো বিঘিনি নো হোআকৈ গমন কৰা হব।

তুমি সোঁ ফালে বা বাঁও ফালে কোনো বিপথে দি নে জাবা।

বিদ্যাক আপোনাৰ সখি বুলি মানিবা, আৰু বুধিক অতি মিত্ৰ বুলি জানিবা। তেহে তুমি বিভিচাৰিনি পৰ তিৰিৰ পৰা নাইবা বাক চাতুৰি বেস্যা তিৰিৰ পৰা ৰখ্যা পাবা।

জি জন গিয়ানি মানুহ হই, তেঁও ক্ৰোধ সামৰি থই; আৰু লোকৰ দোস খেমা কৰাত তেঁওৰ মান মৰ্য্যতা আদি ব্ৰিধি হই।

জি পুত্ৰৰ বিদ্যা নাই, সেই পুত্ৰ কেৱল পিত্ৰিৰ দুখ জনক হই, আৰু জি তিৰোতাৰ দম্ভ কৰিবৰ মন হই, সেই তিৰোতাই বৰকৈ বৰখুন পৰাৰ দৰে পতিৰ মনত দুখ দিঁওতা হই।

দুখিয়া লোকক জেয়ে দায়া কৰে, সেয়ে ঈশ্বৰৰ ঠাইত উত্তম হই, তাতে তেঁও সেই ধাৰ সুজি তাৰ বাবে ধৰমৰ প্ৰতিফল দিব।

পুত্ৰক সাসন কৰা, তেহে আগলৈ ভাল হব বুলি আসা হই; সি ক্ৰন্দন কৰিলেও তুমি দায়াৰ বসত থাকি মৰম ন কৰিবা।

জাৰ অতি খঙ থাকে, সি অৱস্যে দণ্ড ভোগ কৰিব; জি হেতু তাক এবাৰ খেমা কৰিলেও সি বাৰে বাৰে দোসৰ জোগ্য হব।

তুমি হিতোপদেস সুৱন কৰা, আৰু সুপৰামৰ্স গ্ৰহন কৰা, তেহে তোমাৰ আয়ুসৰ সেস পৰ্য্যন্তে বিদ্যা ৰূপ ধন থাকিব।

তোমাৰ মনত অনেক প্ৰকাৰ চিন্তা হৈ থাকে, কিন্তু পৰম ঈশ্বৰৰ মনে জি কৰিবৰ ইচা হই, তাকেহে কৰে।

লোকক উপকাৰ কৰা, তেহে মানুহৰ কুসল হই; কিন্তু মিচলিয়া মানুহৰ একো ভাল নাই।

জি পুত্ৰই আপোন পিত্ৰিৰ উপদ্ৰুও কৰে, নাইবা আপোন মাত্ৰিক দুখ দিএ, সি কেৱল লাজ কৰোঁতা পুত্ৰ হই, আৰু আসা ভঙ্গ কৰাও হই।

মদ পান দোসত ধৰমৰ নিন্দা জনমে, আৰু দন্দ হাই আদি উতপতি হই; এই নিমিত্তে জি মানুহে মদ খোআত ৰতি, সি গিয়ানি মানুহ ন হই।

মই আপোন [illegible]ত সুচি কৰি ৰাখিচোঁ, এতিয়া মই নিস্পাপি হৈ আচোঁ, এনেকৈ বুলিব কেৱে নোআৰে।

সোন আৰু মুকুতা আছে, কিন্তু তাতকৈ বিদয়ত থকা গিয়ান বিদ্যাৰ কথাই বহু মুল্য মানিকতকৈ উত্তম।

অনেক ধন পোআতকৈ সুখিয়াতি পোআ ভাল; ৰূপ আৰু সোনতকৈ অনুগ্ৰহ পোআ ভাল।

লৰাক সৰু কালৰে পৰা সুপথে জাবলৈ ভাল ৰূপে সিকোআ, তেহে ডাঙৰ হলেও তাক তিয়াগ ন কৰিব।

জি মানুহে দুখিয়াক নি দি কেৱল আপোনাৰ নিমিত্তে ধন উপাৰ্জন কৰে, সি সেসত আন ধনি মানুহৰ হাতত সেই ধনক এৰি দি আপুনি নিৰ্ধন হব।

চি. দ.



## কেঁটেলা পহুৰ বিবৰন ।

**The Porcupine.**

কেঁটেলা পহু প্ৰাই সকলো দেসতে পোআ জাই, তথাপি ভাৰত বৰিস আৰু আফ্ৰিকা খণ্ডেই তাৰ আদি নিবাস ঠাই । এই পহুৰ মুৰ, বুকু, ঠেঙ্গ চাইটা, গাহৰিৰ নোমৰ নিচিনা সুন্দৰ টান নোমবিলাকে চাকি থই, পিঠিটো নেগুৰলৈকে কাঁইটবিলাকে চাকে । পিঠিৰ মাজ ভোখৰত থকা কাঁইট প্ৰাই এহাত মান দিঘল হৰ, দাঁতিৰবিলাক তাতকৈ কিচু চুটি । আৰু নেগুৰৰ জিবিলাক কাঁইট সি কোঁপোলা, তাৰ বৰনো সিবোৰৰ নিচিনা ন হই, কিচু বগা । আৰু সি ফুৰঁতে কাঁইটবোৰে জন জন কৰি বাজে, এই কাৰন সি আহিলে নিলগতে গম পাই । আৰু সি মাটি খনাত বৰ পাৰ্গত, তাৰ নিমিত্তে পাচ ঠেঙ্গ দুটাত অতি চোকা নখে সৈতে পাঁচোটা পাঁচোটা আঙ্গুলি থাকে, আগ ঠেঙ্গ দুটাত নখ এটা এটা মাত্ৰ । সি খোআ বস্তু সাক, আলু, গচৰ গুটি আদি হই । তাৰ দাঁত কুটি চিঙ্গা চাইটা, চোবাই খোআ সোলেটা, মুঠে দাঁত একুৰি । কেঁটেলাই এনে চোকা অস্ত্ৰবোৰেৰে ভুসিত হৈও কাকো একো হিংসা ন কৰি অকলেই কাল জাপন কৰে; তাক নো জোকালে কদাচিতো কাৰোএ সৈতে দন্দ, জুজ ন কৰে । আৰু ইইতৰ বুধি, সাহ বৰ নাই; মানুহে ঘৰত পুহিলে আন পহুৰ দৰে ভাল ৰুপে আতিও ন হই ।

দেস ভ্ৰমন কৰা লোক সকলে লিখিচে, বোলে, কেঁটেলা পহুবিলাকে নেগুৰৰ কোঁপোলা কাঁইটবোৰ পানিত জুবুৰিয়াই তাৰ বিস্কাত পানি সুমাই, পাচে কাঁইটবোৰ সিয়ৰাই পোন কৰি ন পৰাকৈ পোআলিক খুআবৰ নিমিত্তে, তাৰ বাহলৈ লৈ জাই । আৰু সি দিনত তাৰ গাতত সোমাই সুই থাকে, ৰাতি হলে বাহিৰলৈ ওলাই খোআ বস্তু বিচাৰি হাবিত ফুৰে । কোআ আচে, ৰোম আৰু ইস্পানিয়া দেসত অতি জাৰৰ নিমিত্তে জাৰ কালিৰ মাহ চেৰেক গাঁতৰ ভিতৰত এই পহু সুই থাকে, জেতিয়া জাৰ কিচু কমে, তেতিয়াহে গাঁতৰ পৰা ওলাই খাবলৈ বিচাৰে ।

কেঁটেলাৰ মঙ্গহ কোমল বগা, বৰ সোআদ । ব্ৰাজিল আৰু ৰোম দেসৰ বজাৰত এই পহুৰ মঙ্গহ সদাই বেচে । তাৰ কাঁইটবোৰেৰে পেৰা আৰু ঘৰি খোআ জন্ত্ৰ আদি অনেক অনেক সুন্দৰ বস্তু সজা হই, কিন্তু তাক পাৰ্চি দেসৰ মিস্ত্ৰিবোৰৰ দৰে আনে সাজিব তেনে ভালকৈ নোআৰে ।

## ক্রিষ্ণ পাল নামে প্রথম হিন্দু খ্রিষ্টিয়ানৰ বিবৰন ।

Account of Krisna Pal, the first Hindu Convert.

প্রাই তিনি কুৰি মান বচৰৰ আগেয়ে ইংলণ্ড দেসৰ পৰা প্রথমে দুজন মিস্যনেৰি পাদুৰি চাহাব .বঙ্গাল দেসৰ কলিকতা নগৰলৈ আহিল; সিবিলাকৰ নাম ডক্তৰ কেৰি, আৰু ডক্তৰ তামচ । সিবিলাক্ জেতিয়া আহি সেই ঠাই পালেহি, তেতিয়া তাত কোনো খ্রিষ্টিয়ান নাচিল, আৰু ইংৰাজি লোকৰ মাজতো প্রাই কোনোএ সত্য ধৰমত মতি ন কৰি, সংসাৰৰ বিসই বাসনাতে মতলিয়া হৈ থকাত, সেই দুজন পাদুৰি চাহাবক কলিকতাত নিবাস কৰিবলৈ. ঠাইকো নি দিলে । এই কাৰনে সিবিলাকে মনত অতি দুখ আৰু দেসাধিকাৰৰ পৰা তাৰনা পোআ হৈ, জতে ইংৰাজি দখল নো হোআ ভুমি আচিল, সেই স্রিৰামপুৰ নগৰলৈ গৈ তাতে নিবাস কৰি থাকিল, তাতে বহু দুখ অপমানেৰে সৈতে সাত বচৰ মান হিন্দু আদি সকলো লোকৰ মাজত জগতৰে ত্রান কৰ্ত্তা প্রভু য়িচু খ্রিষ্টৰ সুভ বাত্রা ঘোসনা কৰিলে; তথাপি ইস্বৰৰ বাক্য মনা মানুহ কাকো নে পালে । সেসত সাত বচৰৰ পাচত এজন হিন্দু লোক, অৰ্থাত ক্রিষ্ণ পালে প্রভুৰ প্রাচিতৰ কথা সুনি খ্রিষ্টত বিস্বাস কৰিবলৈ মন থিৰ কৰা দেখি, সিবিলাকৰ অতিসই আনন্দ জনমিল । কিন্তু জেতিয়া সেই মানুহে প্রভুত আস্রই লব খুজিলে. তেতিয়া তেঁওৰ গিয়াতি কুটুম আদি সকলো মানুহে নিন্দা আৰু তাৰনা কৰিবলৈ ধৰিলে । তথাপি মানুহৰ কোনো কথালৈ নি চিন্তি, আৰু সিইঁতৰ ড়াবিলৈকো ভই ন কৰি খ্রিষ্টত আস্রুই লৈ, ১৮০০ সঁকৰ ২৮ ডিচেম্বৰ তাৰিখে ডক্তৰ কেৰি চাহাবৰ দোআৰাই পিত্রি, পুত্র, আৰু পবিত্র আত্মাৰ নামেৰে প্রথমে বুৰ পোআ হল । এনে কালত হেজাৰ হেজাৰ লোকে সেই মহা আচৰিত দৰ্সন দেখিবলৈ পালে ।

তাৰ পাচে ১৮০৪ সঁকত ক্রিষ্ণ পালে সুভ বাত্রাৰ প্রচাৰক বাব পাই, ১৮২২ সঁকলৈকে সেই কৰম অতি বিস্বাসি ৰূপে কৰি, আগষ্ট মাহত প্রভু য়িচুত কুসল আৰু নিৰ্ভয়েৰে নিদ্রা গল । তেঁও প্রচাৰ কৰা কালত এই দেসৰ গুআহাটিলৈকে তেঁও তাৰ্জাই সৈতে আহি খ্রিষ্টৰ সুভ বাত্রা প্রচাৰ কৰিচিলে বুজি কোনোএ কই । তেঁও বুৰ পোআ কালত ভাৰত বৰিসত কোনো খ্রিষ্টিয়ান লোক নাচিল, আৰু সেই দুজনত বাজে পাদুৰি লোকো তেতিয়া নাচিল । সকলো দেস, ৰাজ্য আৰু তাসাৰ লোক ঘোৰ পাপময় এন্ধাৰত আৰু ম্রিত্যুৰ চঁয়াত নিবাস কৰি আচিলে ।

জেতিয়া ক্রিষ্ণ পালক বুৰ পোআ দেখিলে, তেতিয়া অনেকে এই কথা কোআ কুই কৰি আচিল; এই দেসৰ ভিতৰত এটা খ্রিষ্টিয়ানে কি কৰিব পাৰিব? তাৰ দৰে কোনে খ্রিষ্টিয়ান হবগৈ? দুটা এটা খ্রিষ্টিয়ানে ভাৰত বৰিসৰ লোকক কি ৰূপে খ্রিষ্টৰ সিস্য কৰিব পাৰে! এই ৰূপে কৈ অনেকে নিন্দা কৰিলে; আৰু কেতবোৰে কলে, ক্রিষ্ণ পালে জি ধৰম লৈচে, সি কিমান দিন থাকিব! পাদুৰি লোক ইয়াৰ পৰা গলে, সকলো নষ্ট হব । এই ৰূপে এতিয়াৰ লোকেও কই আৰু ভাৱে । কিন্তু চাই দেখা, তিনি কুৰি বচৰৰ ভিতৰত কিমান দেসত, কিমান জাতিৰ মাজত, কিমান লোকে খ্রিষ্টত আস্রুই ললে । প্রাই সমুদাই ভাৰত বৰিসৰ লোকৰ মাজত খ্রিষ্টৰ ধৰম প্রচাৰ কৰা হল; আৰু একুৰিতকৈ অধিক ভাসাত ইস্বৰৰ ধৰম সাস্ত্রও তজ্জা হল । পুবৰ পৰা পচিমলৈ, উত্তৰৰ পৰা দখিনলৈকে পৰিত্রানৰ সুন্দৰ স্বৰ লাখ লাখ পাপিৰ কানত সুনোআ গল । আগেয়ে জত এটা খ্রিষ্টিয়ান নাচিল, এনে ঠাইত হেজাৰ হেজাৰ লোক খ্রিষ্টৰ সিস্য হল, মণ্ডলি আৰু ইস্বৰৰ ভজন কৰা নাম ঘৰো হল । তাত খ্রিষ্টিয়াম আৰু খ্রিষ্টিয়ানৰ পৰিয়াল, ঘৰ আৰু গাঁও পাতিলে । ক্রিষ্ণ পালৰ দিনত কেৱল পৰমাৰ্থিক সূৰ্জ্জ উদই হৈচিল, কিন্তু এতিয়া দুপৰ হৈ প্রচণ্ড প্রতাপি পহৰ দিচে, তাতে ম্রিত্যুৰ চাঁয়াত থকা লোকেও ইস্বৰৰ পৰিত্রানৰ দিপ্তি দেখিবলৈ পাইচে । প্রভুএ আপোনাৰ বগা ঘোঁৰাত উঠি জই কৰি আৰও জই কৰি-

ৰলৈ প্ৰিথিবিৰ ই সিমাৰ পৰা আন সিমালৈ ফে ফুৰি আচে । তেঁওৰ মুখৰ পৰা দুধৰিয়া চোকা তৰোৱাল ওলাই চইতান আৰু তাৰ সকলো পৰাক্ৰমক নাস কৰিচে । জেতিয়া আৰু তিনি কুৰি বচৰ জাব, তেতিয়া ভাৰত বৰিসৰ মাজত কেনে ৰূপ দৰ্সন দেখা জাব? আৰু হে অচম দেস, তোমাৰ সন্তানবিলাকৰ কেনে আনন্দ হব! অনেক জুগৰে পৰা জি ঘোৰ এন্ধাৰৰ পৰাক্ৰমে তোমাৰ সন্তানবোৰক বন্দি কৰি ৰাখিলে, সেইবিলাকৰ কানত কেনে মধু ৰূপ মুক্তিৰ সম্বাদ কিৰ্ত্তন কৰা জাব!

এই হেতু আনন্দ কৰা
ওহে অচম দেস,
তোমাৰ সত্ৰুৰ পৰাক্ৰম
এতিয়া হব সেস ।

কিন্তু হে চইতান আৰু নৰকৰ ভুতবিলাক, তোমোলাকৰ সন্তাপ । কিয়নো জি জনে ১৮০০ বচৰৰ আগেয়ে তোমাৰ মুৰ চেপেটা কৰি ভাঙিলে, সেই জনৰ পৰাক্ৰমৰ দিন পালেহি, আৰু জি মহা বলৱন্ত দুতে স্বৰগৰ পৰা নামি আহি এক হেজাৰ বচৰলৈ তোমাক তলি নো হোৱা কুণ্ডত বন্ধন কৰি থব, আৰু পাপি লোকৰ কাৰনে এবেলি মৰা হৈও জি জন জিলে, সেই ইস্বৰৰ মেৰ পোৱালিএ তোমাক আৰু তোমাৰ সকলো সন্তানবোৰক জিয়াকৈ ধৰি অনন্ত কাললৈ জলি থকা গন্ধকৰ সৰোবৰত পেলাই তাতে জাতনা ভোগ কৰাব, এনে মহা কাল আহি পালেহি । ন. ল. ফ.

---

## ৰোম দেসৰ বাদস্যাহ তিতচ ।

The Emperor Titus.

বেস্পাচিয়নৰ পুতেক তিতচ নামে ৰোমৰ বাদস্যাই তেঁওৰ অহিতে কথা কলেও তেঁও কাকো দণ্ড ন কৰি ইয়াকেহে কৈচিল, জদি সেই লোকে অকাৰনে মোৰ বিৰোধে কথা কই, তেন্তে তাক দণ্ড ন কৰি, আৰু তালৈকে তাৰ বিসয়ে খেদ কৰোঁ । জদি কোনোএ মোৰ অকাৰন অপবাদ কৰে, তাক দণ্ড দিয়া অনিয়াই, কিয়নো সি মোৰ সত্য কথাকে কৈচে ।

## অচম ৰজাবিলাকৰ ৰূপ ।

Coins of the Asam Rajas.



Rupee of Bhoroth Singh, struck A. D. 1793.

স্ৰী ভগদত্ত কুলোদ্ভৱ স্ৰী ভৰথ সিংহ ন্ৰিপস্য শাকে ১৭১৫ । অৰ্থাত ভগদত্তৰ কুলত জনমা স্ৰী ভৰথ সিংহ ৰজা । ইং সঁক ১৭৯৩ ।

স্ৰী স্ৰী ক্ৰিষ্ণ চৰনাৰবিন্দ মকৰন্দ প্ৰমত্ত মধু কৰস্য । অৰ্থাত চৰন পদুমৰ মধুত উন্মত্ত হোৱা ভোমোৰা ।



Coin of Bhoroth Singh struck, A. D. 1797.

স্ৰী ভগদত্ত কুলোদ্ভৱ স্ৰী ভৰথ সিংহ ন্ৰিপস্য শাকে ১৭১৯ । স্ৰী স্ৰী ক্ৰিষ্ণ চৰনাৰবিন্দ মকৰন্দ প্ৰমত্ত মধু কৰস্য ।



Coin of Horbanond Singh, struck A. D. 1796.

স্ৰী স্ৰী স্বৰ্গদেৱ সৰ্ব্বানন্দ সিংহ নৰেন্দ্ৰস্য শাকে ১৭১৭ ।

স্ৰী স্ৰী ক্ৰিষ্ণ পাদ পদ্মদ্বন্দ্ব মকৰন্দ ব্ৰিন্দ মধু কৰস্য । অৰ্থাত স্ৰী ক্ৰিষ্ণৰ দুই চৰন পদুমৰ সমুহ মধুৰ ভোমোৰা ।



Coin of Komoleswor Singh, struck A. D. 1798.

স্ৰী স্ৰী স্বৰ্গদেৱ স্ৰী কমলেস্বৰ সিংহ নৰেন্দ্ৰস্য শাকে ১৭১৭ । স্ৰী স্ৰী হৰ গৌৰী চৰন কমল মকৰন্দ মধু কৰস্য ।

## তাপ মাপক জন্ত্ৰ ।

**Thermometer.**

আঢ়ৈ স বচৰৰ আগেয়ে গিয়ানি ভদ্ৰ লোক সকলে তাপ মাপক কোনো এক জন্ত্ৰ তৈয়াৰি কৰিবলৈ উদ্যাগ কৰিচিলে । সিবিলাকে বায়ুৰ এই গুন জানি আচিলে, কোনো সময়ত তপত হলে বায়ু বহল হই, কোনো সমই চেঁচা হলে বায়ু কোচ খাই পৰে । এই গুন জনাৰ দুই স বচৰৰ পাচে ইতালি দেসত থকা এজন বৈদ্যে বায়ুৰ সেই গুন বিচাৰ কৰি এক প্ৰকাৰে তাপ মাপক নামে এক জন্ত্ৰ তৈয়াৰ কৰিচিলে । তাৰ বহলে এইমান জাঙ্গৰ চুঙ্গাৰ ওপৰত সুন্য ঘুৰনিয়া এক গিলাচ খোআ হল,. সেই চুঙ্গাৰ তলৰ ভাগ মুকলি আচিল । সেই জন্ত্ৰ সজা লোকে সেই ঘুৰনিয়া গিলাচ আৰু চুঙ্গাৰ ভিতৰত জি বায়ু থাকে, তাকে দিপৰ অগ্নিৰ দোআৰাই পাতল লঘু কৈ চুঙ্গাৰ ফোপোলা ভোঙ্গৰ চাৰাপেৰে পুৰ এটা পাত্ৰ থলে; তাতে সেই চুঙ্গা আৰু ঘুৰনিয়া গিলাচৰ মাজৰ বায়ু চাৰাপেৰে সমান গধুৰ নো হোআ পৰ্জন্তে চাৰাপ চুঙ্গাৰ মাজত তোলে । ঘাম কালি সেই গিলাচৰ মাজৰ বায়ু তপত হৈ বহল হই, তাতে সেই চাৰাপ অলপ তললৈ পৰে; চেঁচা সময়তকৈ অহা গিলাচৰ বায়ু টুটি পৰাতে চাৰাপ ওপৰলৈ উঠে । সেই জন্ত্ৰৰ দখিন বাম ভাগে থানে থানে তাকৰ সৰহ সংখ্যাৰ আঁক থাকে, তাকে দেখিলে তপতৰ তাকৰ সৰহ জনা জাই । কোআ জন্ত্ৰৰ দোস এই, চাৰাপৰ সৰু হোআ আৰু বহল হোআ । আকাসৰ বহল হোআ আৰু কুঁচি পৰা হোআৰ সমান ন হই, এই হেতুকে জি ফল তাতে জনমে তাৰ প্ৰায়ে সৰহ ভাকৰ হই ।

তাৰ কতক বচৰৰ পাচত ইতালি দেসত থকা গিয়ানি কোনো-কোনো ভদ্ৰ লোকে কৈ অহা প্ৰকাৰ জন্ত্ৰত তাৰ নিচিনা কৰা কাৰ্জ নো হোআত সেই চুঙ্গাৰ মাজত চাৰাপ নে ৰাখি মদ সাৰ জি তাক দিলে, তাতে চাৰাপ দিয়াৰ সমান ফল হই । কিন্তু মদ সাৰৰ দোস এইটো, গৰমৰ অলপ অধিক হলে তাতে ত্ৰুটি থাকে, সেই তাৰে জুক্ত কৰিলে অধিক উষ্ম সময়ত আক দিয়া নে জাই । জি প্ৰকাৰে তাপ মাপক জন্ত্ৰৰ চলিত ইয়াত হই তাৰ নকচা এইটো ।



এই জন্ত্ৰৰ মাজত জি সৰু চুঙ্গা আচে, তাৰ মাজৰ বায়ুবিলাক বাহিৰ কৰি তলত থকা ঘুৰনিয়া গিলাচৰ মাজত পাৰা অৰ্থাত ৰস থই, সেই ৰস বায়ুৰ নিচিনা বহল আৰু সৰু হই, উষ্ম কালত উষ্ম সৰহ হলে ক্ৰমে ক্ৰমে উঠে, সিত হলে তদনুসাৰে বহে । সেই চুঙ্গাৰ দুই ফালে গৰমৰ অধিক তাকৰ জানিবৰ কাৰন সৰু সৰু অঙ্ক থাকে । তলৰ সাৰিতে সুন্য আচে, দুতিয় সাৰিত ১০ অঙ্ক, ত্ৰিতিয়ত ২০ অঙ্ক পৰ্জন্তে ।



## জাত্রিকৰ জাত্রা, ৮ আধ্যা ।

The Pilgrim's Progress, Chapter 8.

বিশ্বাসি । বাৰু, কথা কোআ আৰু কৰম কৰা, এই দুয়ো ভিন ভিন বিসই, ইয়াক মই বুজিচোঁ; এতিয়াৰ পৰা এই কথা মনত ভালকৈ ৰাখিম ।

খ্রিষ্টিয়ান । সেই দুয়ো মুকিয়া মুকিয়া কথা হই; জেনেকৈ সৰিল আৰু প্রান ই সি ভিন, তেনেকৈ সেই দুই কথা ভিন ভিন হই; আৰু জেনেকৈ প্রান ন থকা দেহ মৰা স মাথোন, তেনেকৈ কৰমৰ বিনে কথা মৰা সৰ নিচিনা হই । ধৰমৰ প্রধান ভাগ আচৰনেই, এই হেতুকে পিত্রি হিন আৰু বাঁৰি লোকক সিবিলাকৰ দুখৰ কালত দেখিবলৈ জোআ, আৰু সংসাৰৰ পৰা চেকা ন লগাকৈ আপোনাকে ৰখ্যা কৰাই পিত্রি ইস্বৰৰ আগত পবিত্র আৰু নির্মল ধৰম হই । এই কথা কথকিএ নে জানে, এই কাৰনে সুনা কোআ, এই দুয়োতে জি পার্গত হই, সিএ উত্তম খ্রিষ্টিয়ান হব পাৰে, সি তাকেহে জানে; এই ৰূপে আপোনাক ভুলাই । সুনা হলে, সি কেৱল গুটি সিঁচা; সেই গুটিৰ পৰা মনত আৰু আচৰনত জি ফল উত্পন হই, তাৰ প্রমান অকল বাক্যৰ দোআৰাই হব নোআৰে । আমি এই কথা নিচই জানিব লাগে, বিচাৰ দিনত বিচাৰ কর্তা জনে মানুহবিলাকৰ আপোন আপোন কৰমৰ দৰে সোধ কৰিব । তোমোলাকে বিস্বাস কৰিচিলা নে নাই, এনে কথা নু সুধি, তোমোলাকে কৰম কৰিলা নে নাই কৰা, ইয়াকহে সুধিব; আৰু সেই সেই কৰমৰ দৰেই সিবিলাকৰ প্রতিফল দিব । এই কাৰনে সেস দিনক ধান দোআৰ কালে সৈতে পটন্তৰ দিয়া হৈচে; কিয়নো ধান দোআ কালত লোকবিলাকে কেৱল সহলৈহে চাই থাকে । তথাপি বিস্বাসেৰে জি কৰম কৰা নাই, সি গ্রাজ্য হব পাৰে, এনে ন হই; কিন্তু সোধৰ দিনত কথকিৰ সুন্দৰ কথা সকলো ভাৱে বিফল হব, ইয়াক বুজাবৰ নিমিত্তেহে কৈচোঁ ।

বিস্বাসি । এই কথা ওলোআত মোচাই জি চিনৰ দোআৰাই সুচি জন্তুৰ বর্ননা কৰিচিল, সেয়ে এতিয়া ্াৰ মনত পৰিচে; জি জন্তুৰ খুঁৰা বেলেগ ে দুটা হই, আৰু ঘাঁহ পাগুলে, সেয়ে . জন্তু; জি জন্তুএ ঘাঁহ পাগুলে, কিন্তু খুঁৰা ফটা ন হই, নাইবা খুঁৰা ফটা হৈও ঘাঁহ নে পাগুলে, এনে জন্তুএই সুচি ন হই । এই ৰূপে সহা পহু বর্জিত, কিয়নো সি ঘাঁহ পাগুলিলেও খুঁৰা ফটা ন হই । কথকি নিচয়ে তাৰ নিচিনা হৈচে; সি ঘাঁহ পাগুলে, অর্থাত গিয়ান বিচাৰে, ঘাঁহ ৰূপ জি বাক্য, তাক পাগুলে; কিন্তু তাৰ খুঁৰা বেলেগ কৰা ন হই, অর্থাত পাপি লোকৰ পৰা আঁতৰ হৈ বেলেগ পথত নে জাই; সি সহা পহুৰ নিচিনা, কুকুৰ আৰু ভালুকৰ দৰে হাতোৰা থকা হৈচে, এই হেতুকে সি অপবিত্র ।

খ্রিষ্টিয়ান । হই ভাই, তুমি জি ৰূপে কৈচা, নতুন নিয়মৰ সুভ বাত্রাৰ দৰে কি জানি সেই বচনবোৰৰ স্বৰূপ অর্থ তেনেই হৈচে । আৰু এটি কথা কঁও, পৌলে এনেকুআ অনর্থক কথকিবোৰৰ বিসয়ে কৈচে, সেইবোৰ সবদ কৰা ভেঁৰি বা টিংটিঙ্গোআ তালৰ নিচিনা হই । আৰু আন ঠাইতো একে অর্থেৰে সিইতক সবদ কৰা অপ্রানি বস্তু বুলিচে, অর্থাত স্বৰূপ বিস্বাস আৰু সুভ বাত্রাৰ অনুগ্রহ বিহিন হোআ বস্তু; এই হেতুকে জদি সিইতে স্বৰগৰ দুতবিলাকৰ মুখে কোআ দি সুন্দৰ বাক্য বা ভাসা কৰ পাৰে, তেও স্বৰগ ৰাজ্যৰ মাজত পৰম আয়ুসৰ অধিকাৰ হোআবিলাকৰ লগত কোনো ৰূপে ঠাই পাব নোআৰিব ।

বিস্বাসি । মই প্রথমে তাৰে সৈতে আলাপ কৰিবলৈ বৰ সন্তোস পোআ নাই, কিন্তু এতিয়া তাতকৈ অধিক বিৰকতি পাইচোঁ । তাৰ লগ এৰাবলৈ আমি এতিয়া কি কৰিম?

খ্রিষ্টিয়ান । তুমি জদি মোৰ আলচ সুনা, আৰু তাৰ দৰে কৰা, তেন্তে ইস্বৰে তাৰ মন আকর্সন কৰি নে পালটোআলে, সিও তোমাৰে সৈতে কথা বাত্রা হবলৈ বিৰকতি পাব, ইয়াকে তুমি অতি বেগে বুজিব পাৰিবা ।

বিস্বাসি । তেন্তে মই কি কৰিব লাগে, তুমি বুধি দিয়াচোন?

খ্রিষ্টিয়ান । মই তোমাক এই বুধি দিচোঁ, তুমি আৰুও তাৰ ওচৰলৈ গৈ, ধৰমৰ পৰাক্রমৰ এটা গধুৰ কথাৰ প্রস্তাও উলিওআ, তাতে সি সেই কথাত সম্মত হব, ইয়াত সংসই নাই; এই ৰূপে সম্মত হোআৰ পাচে তাৰ মনত আৰু ঘৰত আৰু কথা বাত্রাতো সেই ধৰমৰ গুন প্রকাস হৈচে নে, নাই হোআ, ইয়ার্কে ঠিক কৰি সুধিবা ।

এই ৰূপ আলচ পাই বিস্বাসিএ পুনৰ আগ বাঢ়ি গৈ কথকিত কলে, আঁহা ভাই, এতিয়া কেনে আচা?

কথকি । মই ভালে আচোঁ; মোলৈ তোমাৰ অনুগ্রহ জানিচোঁ । মই ভাবিচিলোঁ, এতে বেলি একে লগে থকা হলে, আমি বহু কথা বাত্রা হব পাৰিলোঁহেঁতেন ।

বিস্বাসি । তোমাৰ জদি ইচা হই, তেন্তে এতিয়াও হওকচোন । তুমি আগেয়ে মোৰ মুখেৰে প্রস্ন কৰাবলৈ ইচা কৰিচিলা, এই কাৰনে মই এই প্রস্ন কৰোঁ, ইস্বৰৰ মুক্তি দিঁওতা অনুগ্রহ মানুহৰ মনত সোমাই কি ৰূপে প্রকাস হই?

কথকি । এই প্রস্নৰ দোআৰাই মই বুজিচোঁ, আমি ধৰমৰ সক্তি আৰু ফলৰ বিসয়ে কথা কব লগিয়া হই । বাৰু, এইটো উত্তম প্রস্ন, ময়ো ইয়াৰ উত্তৰ দিবলৈ ইচা কৰোঁ । এই হেতুকে সংখেপে তাৰ উত্তৰ দিঁও, সুনা । প্রথমতে ইস্বৰৰ অনুগ্রহ মানুহৰ মনত সোমালে, তাৰ দোআৰাই পাপৰ বিৰোধে মানুহৰ বৰ বিবাদ জনমে । আৰু দুতিয়ত কঁও ।

বিস্বাসি । ন হই, ৰবা, আমি এটা এটাকৈ কথাৰ বিবেচনা কৰোঁহঁক । মই ভাবিচো, ইস্বৰৰ অনুগ্রহ মনৰ ভিতৰত সোমালে আপোনাৰ পাপক ঘিন কৰিবলৈ মনৰ স্বভাও জনমাই, তুমি এই ৰূপে কোআ হলে ভাল হলহেঁতেন ।

কথকি । কিয়, পাপৰ বিৰোধে বিবাদ কৰা, আৰু পাপক ঘিন কৰা, এই দুইতো কি ভেদ আচে?

বিস্বাসি । অস, বৰ বেলেগ আচে; কিয়নো মানুহে চল কৰি পাপৰ বিৰোধে কথা কব পাৰে, কিন্তু ইস্বৰে দিয়া ধৰমৰ স্বভাও নে পালে, কেতিয়াও পাপলৈ ঘিন কৰিব নোআৰে । জিবিলাকে মনত আৰু ঘৰত আৰু কথোপকথনতো পাপক ভাল পাই, কিন্তু গির্জা ঘৰত পাপৰ বিৰোধে বৰকৈ কথা কই, এনেকুআ বহু মানুহক দেখিচোঁ । য়োচেফৰ অধিকাৰৰ ঘৈনিএকে য়োচেফৰ লগত বেস্যা কৰম কৰিবলৈ সম্পূর্ন ইচা হৈচিল, তথাপি তাই বৰকৈ এটাহ্ পাৰি লোকবিলাকৰ আগত আপোনাকে বৰ ধৰমি সতি জেন দেখালে । তাত বাজে আৰু কঁও, জেনেকৈ কোনো তিৰোতাই আপোনাৰ কোলাৰ সন্তানে সৈতে বোল মাত কৰি বেয়া, দুষ্ট বুলি কই, কিন্তু আকও তেতিয়াই তাক সাবটি লৈ মুখত চুমা দিএ, তেনেকৈ কোনো কোনো লোকেও পাপৰ অহিতে বিৰোধ কথা কই, তথাপি তাক প্রিতি ভাৱে ৰাখে ।

কথকি । মোৰ মনে বুজিচোঁ, তুমি কথাৰ চলহে বিচাৰিচা ।

বিস্বাসি । ন হই, মই কেৱল স্বৰূপ কথা থিৰ কৰিবলৈহে ইচা কৰোঁ । বাৰু, সি জি কি ন হওক, মনৰ ভিতৰত জি অনুগ্রহৰ কৰম আৰম্ভন হৈচে, তাৰ প্রমানৰ কি চিন দেখাব খুজিচা?

কথকি । সুভ বাত্রাৰ গোপনিয় কথাত জি গিয়ান, সেয়ে অনুগ্রহৰ আৰম্ভনৰ দুতিয় চিন ।

বিস্বাসি । এই চিনৰ কথা প্রথমতে কোআ উচিত আচিল, তথাপি আগেএ কোআ হওক, বা পাচে কোআ হওক, তেও মিচা; কিয়নো মনত অনুগ্রহৰ লেসো নে থাকিলেও কোনো কোনো লোক সুভ বাত্রাৰ গোপনিয় কথাত অতিসই গিয়ানৱন্ত হই । আৰু সকলো ভাৱে গিয়ানি হৈও জদি ইস্বৰত তাৰ প্রেম ভক্তি হিন হই, তেন্তে সি একো ন হই, কোনো ৰূপেও ইস্বৰৰ সন্তান হব নোআৰে । দেখা, জেতিয়া খ্রিষ্টে সিস্যবিলাকত সুধিলে, বোলে, তোমোলাকে এই সকলোকে বুজিচা নে?

তাতে শিস্যবিলাকে বুলিলে, হই প্ৰভু বুজিচোঁ; তেতিয়া তেঁও কলে, জদি সেই দৰে কৰম কৰা, তেন্তে তোমোলাক ধন্য । তেঁও কথা বুজি পোআত ধন্য নু বুলি, কৰম কৰাতহে ধন্য বুলিলে । কৰম নো হোআ এক ভাও গিয়ান আচে; জি বন্দিএ আপোনাৰ অধিকাৰৰ আগ্যা জানিও সেই দৰে কৰম ন কৰে, সি সৰহ সাস্তিৰ দোআৰাই নিচয়ে নিগ্ৰহৰ জোগ্য হব । মানুহবিলাক স্বৰগৰ দুতৰ সমান গিয়ানি হব পাৰে, কিন্তু কেৱল তাৰেই খ্ৰিষ্টিয়ান ন হই; এই হেতুকে তোমাৰ সেই প্ৰমানৰ চিন স্বৰূপ ন হল । কৰম নো হোআ গিয়ানত চতুৰালি আৰু অহঙ্কাৰিবিলাকৰ সন্তোস ইওতে হই, কিন্তু ইস্বৰে তাত সন্তোস ন হৈ অকল আচৰনতেহে সন্তোস হই, তথাপি গিয়ানৰ বিনে মন সুচি হব পাৰে, এনে ন হই, অৱস্যে গিয়ানৰ প্ৰয়োজন আচে । দুবিধ গিয়ান আচে; জি গিয়ানে কথা বুজাতে মাথোন সন্তোস হই, সি এবিধ; আৰু জি ফলৱন্ত গিয়ান, অৰ্থাত জি গিয়ানত অনুগ্ৰহৰ বিস্বাস আৰু প্ৰেম থাকে, সিও এবিধ; সেই গিয়ানেই ইস্বৰৰ ইচাৰ দৰে চলিবলৈ মানুহৰ মনক উদগাই । প্ৰথমে কোআ গিয়ানে অকল চতুৰালিবিলাকৰ মন সন্তোস কৰে, কিন্তু আন গিয়ান নে পালে স্বৰূপ খ্ৰিষ্টিয়ানৰ কেতিয়াও সন্তোস ন হই । তাৰ প্ৰাৰ্থনা এইহে, হে ইস্বৰ, মোক গিয়ান দিয়া, তাতে মই তোমাৰ বিধান মানিম, সকলো মনেৰে সৈতে তাক পালন কৰিম ।

কথকি । তুমি আৰুও কথাৰ চলহে বিচাবিচা; কিন্তু এই ৰূপে ইটৰ সিটৰ হিত ন জনমে । ।

---

## ধনৰ ভাব ।

**Insatiable Desires for Wealth.**

ইয়াৰ ৮২ বচৰৰ আগেয়ে আমেৰিকা দেশত ফ্ৰেঙ্কলিন নামেৰে এজন বুধিমন্ত লোক আচিলে । এদিনা কোনো এজন বন্ধুএ তেঁওক কলে, বৰ ধনি লোক ভাবনাতে বিয়াকুল হই, এয়ে বৰ আচৰিত । মই এজন সদাগৰক চিনোঁ, তেঁওৰ অসিমা ধন আচে, তথাপি পৰিস্ৰম আৰু ভাবনাতে তেঁওৰ জিমান দুখ হই, তেঁওৰ কোনো বন্দিৰো সিমান দুখ হোআ নাই; ইয়াৰ কাৰন কি?

বন্ধুৰ এনে প্ৰস্ন সুনি ফ্ৰেঙ্কলিনে একো উত্তৰ ন কৰি এটা আপল গুটি লৈ, তেঁওৰ ওচৰত জি এটি সৰু লৰাই উমলি আচিলে, তাক দিলে । সুন্দৰ সোআদ গুটি দেখি সেই লৰাই আনন্দেৰে প্ৰফুল্লিত হৈ তাক ধৰিবৰ নিমিত্তে হাত মেলিলে, কিন্তু গুটি ডাঙ্গৰ হোআ হেতুকে এটা হাতেৰে প্ৰাই ধৰিব নোআৰিলে । পাচে গুটি লৈ সি তাক খাবৰ নিমিত্তে মুখলৈ আনিচিলে, এনে সময়ত সেই চাহাবে তাক পুনৰাই এটা দিলে; আৰু সেই গুটি হাতেৰে ধৰিলত প্ৰথমে দিয়া গুটি খাবলৈ কিচু কঠিন হল ! তেতিয়া ফ্ৰেঙ্কলিনে আৰু এটা ডাঙ্গৰ গুটি তাক দিবলৈ ধৰাত, সি লবৰ নিমিত্তে অনেক চেষ্টা কৰিলে, কিন্তু সেই সকলো চেষ্টা অনৰ্থক হল । সেই গুটি মাটিত পৰিল, আৰু লৰাই কান্দিবলৈ ধৰিলে । তাতে ফ্ৰেঙ্কলিনে আপোনাৰ বন্ধুক কলে, এই সৰু লৰাটিক দেখা; তেঁওৰো ইমান ধন হোআত সুখেৰে ভোগ কৰিব নোআৰে । ক.

---

## ৰোমৰ প্ৰধান ৰজাবিলাক ।

**The twelve Cesars.**

| | | |
|---|---|---|
| জুলিয়চ কৈচৰ | খ্ৰিষ্টৰ আগ | ৪৮ বচ |
| আগষ্টচ | | ৩০ |
| তিবেৰিয়চ | খ্ৰিষ্টৰ পাচ | ১৪ সক |
| কালিগুলা | | ৩৭ |
| ক্লৌদিয়চ | | ৪১ |
| নেৰো | | ৫৪ |
| গাল্বা | | ৬৮ |
| ওথো | | ৬৯ |
| বিতেলিয়চ | | ৬৯ |
| ৱেস্পাচিয়ন | | ৭০ |
| তিতচ | | ৭৯ |
| দমিচিয়ন | | ৮১ |

## কামৰুপ ৰজা নৰ নাৰায়নৰ মোহৰ ।

Coins of Kamrup.



Rupee of Nor Narayon, King of Kamrup, A. D. 1555.

স্ত্রী শ্রীমন্নৰ নাৰায়ন ভুপালস্য শাকে ১৪-৭৭ । শ্রী শ্রী সিব চৰন কমল মধুকৰস্য ।



Rupee of Nor Narayon, struck A. D. 1555.

শ্রী শ্রীমন্নৰ নাৰায়নস্যঁ শাকে ১৪৭৭ । শ্রী শ্রী সিব চৰন কমল মধুকৰস্য ।

---

## নেপাল দেসৰ ৰুপ ।

Nepalese Coins



Coin of Raja Joy Ronjit Malla, A. D. 1722.

শ্রী শ্রী জয় ৰনজিত মল্ল দেৱ ৮৪২ । অর্থাত নেৱাৰ সঁক ৮৪২, হিন্দু সঁক ১৬৪৪, ইং সঁক ১৭২২ ।



Coin of Raja Joy Bishnu Malla, A. D. 1759.

শ্রী শ্রী জয় বিষ্ণু মল্ল দেৱ ৮৭৯ । হিন্দু সঁক ১৬৮১, ইং সঁক ১৭৫৯ ।

সি কালে, শ্রী শ্রী শ্রী কৰুনাময় ।

## অক্তোবৰ, অর্থাত কাতিৰ পঞ্জিকা ।

Almanac for October, A. D. 1854. Asam Era, 1776.

| অক্টোবৰ | আহিন | বাৰ | তিথি | দিনমান | অক্টোবৰ | কাতি | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৬ | ১ | ১০ | ১১।৪৮ | ১৬ | ১ | ২ | ২৫ | ১১।২২ |
| ২ | ১৭ | ২ | ১১ | ১১।৪৬ | ১৭ | ২ | ৩ | ২৬ | ১১।২১ |
| ৩ | ১৮ | ৩ | ১২ | ১১।৪৪ | ১৮ | ৩ | ৪ | ২৭ | ১১।২০ |
| ৪ | ১৯ | ৪ | ১৩ | ১১।৪২ | ১৯ | ৪ | ৫ | ২৮ | ১১।১৮ |
| ৫ | ২০ | ৫ | ১৪ | ১১।৪১ | ২০ | ৫ | ৬ | ২৯ | ১১।১৬ |
| ৬ | ২১ | ৬ | ১৫ | ১১।৪০ | ২১ | ৬ | ৭ | ৩০ | ১১।১২ |
| ৭ | ২২ | ৭ | ১৬ | ১১।৩৮ | | | | | |
| | | | | | ২২ | ৭ | ১ | ১ | ১১।১৪ |
| ৮ | ২৩ | ১ | ১৭ | ১১।৩৭ | ২৩ | ৮ | ২ | ২ | ১১।১১ |
| ৯ | ২৪ | ২ | ১৮ | ১১।৩৫ | ২৪ | ৯ | ৩ | ৩ | ১১।১০ |
| ১০ | ২৫ | ৩ | ১৯ | ১১।৩৪ | ২৫ | ১০ | ৪ | ৪ | ১১।৯ |
| ১১ | ২৬ | ৪ | ২০ | ১১।৩২ | ২৬ | ১১ | ৫ | ৫ | ১১।৮ |
| ১২ | ২৭ | ৫ | ২১ | ১১।৩০ | ২৭ | ১২ | ৬ | ৬ | ১১।৬ |
| ১৩ | ২৮ | ৬ | ২২ | ১১।২৮ | ২৮ | ১৩ | ৭ | ৭ | ১১।৪ |
| ১৪ | ২৯ | ৭ | ২৩ | ১১।২৬ | | | | | |
| | | | | | ২৯ | ১৪ | ১ | ৮ | ১১।৩ |
| ১৫ | ৩০ | ১ | ২৪ | ১১ ২৪ | ৩০ | ১৫ | ২ | ৯ | ১১।২ |
| | | | | | ৩১ | ১৬ | ৩ | ১০ | ১১।০ |

## অৰুনোদইৰ অর্থে ধন পোৱা ৰচিত ।

Receipts for the Orunudoi—Sibsagor.

শ্রী শ্রীজুত মহা ৰজা কামেস্বৰ সিংহ
জোৰহাট, ১৮৫৪ লৈকে ১০৷৷

শ্রীজুত ইন্দুনাথ সৰু মেলিয়া ৰজা সদৰ
আমিন, ১৮৫৪ লৈকে ৫৷৷

শ্রীজুত হেমকণ্ঠ গোহাই ১৮৫৩-৫৪ ৪৲

শ্রীজুত নৰ নাৰায়ন মাজু মেলিয়া ৰজা,
জুন ১৮৫৫ ১৲

শ্রী মিঠাৰাম ১৮৫৪, ৬ মাহ ৷৷

শ্রীজুত হেমকান্ত গোহাই ১৮৫৪ ৷৷

শ্রী বাবু দুর্গেস্বৰ সর্মা ডেকা বৰুআ, ১৮৫৪ ১৲

শ্রী জগনাথ ৰাজ খোআ, ১৮৫৪, ৬ মাহ ৷৷

শ্রী তিলক কায়স্থ পোদাৰ, ১৮৫৪, ৬ মাহ ৷৷

শ্রী দামোদৰ ডেকা ফুকন, জুন ১৮৫৫ ১৲

শ্রী ভুধৰ ডেকা বৰুআ, জুন ১৮৫৫ ১৲

শ্রী বাবু গোবিন্দৰাম সর্মা, ডিবুৰুগৰ, ১৮৫৪ ১৲

Receipts for the Orunudoi—Nowgong.

Rev. M. Bronson, 1851 1 R.

Mrs. M. S. Dauble, 1851 1 R.

শ্রীজুত হাবিৰাম পেচকাৰ ১৲

শ্রীজুত ৰনজাই ডেকা ফুকন ১৲

Receipts for the Orunudoi—Gowahati.

শ্রীমতি জাপৰি, ৬ মাহ ৷৷

---

*Printed and published monthly by* N. Brown, *at the Sibsagor Baptist Mission Press.*




৯ বচৰ। মোং সিৱসাগৰ, অক্তোবৰ, ১৮৫৪। নম্বৰ ১০।

VOL. IX. SIBSAGOR: OCTOBER, 1854. NO. 10.


## অনেক দেসৰ সম্বাদ।

**The new Postal Act.**

প্ৰথম অক্তোবৰৰ পৰা ডাক চলাবলৈ নতুন নিয়ম খিৰ কৰা হল। তাৰ আস্কন গবৰ্নমেণ্ট গেজেটত লিখা আচে। চিটি দিয়াত ধন দিবলৈ প্ৰয়োজন নাই। চিটিৰ ওপৰত মহা ৰানিৰ মুৰৰ নকচা মাথোন এঁঠাৰে লগাই দিব লাগে, তাক কৰিলে ভাৰত বৰ্সৰ মাজত জি ঠাইলৈ চিটি পঠাব খোজে, তালৈ ধন নো লোআকৈ নিএ। এসিকি গধুৰ হোআ চিটিত কাম ৰৰনিয়া নকচা দিব লাগে; এনে নকচাবোৰ দুই পইচা দুই পইচাকৈ বেচে। আধলিৰ সমান হোআ চিটিত ৰঙ্গা ৰৰনিয়া নকচা লগাব লাগে, সেই নকচাৰ দাম ১ অনা হই। জি চিটি এতোলা গধুৰ হই, তাত ২ অনাৰ নকচা লাগে; ১॥ তোলা জোখত ৩ অনা, ২ তোলাত ৪ অনা, এই মান দামৰ নকচা লগাই দিব। চিটিত নকচা ন লগাই জি মানুহে দিএ, সেই চিটি পোআ মানুহে দু গুন মাচুল দিব লাগে। আৰু সমাচাৰ পত্ৰৰ ৩॥ তোলাত ২ অনা লই; বিলাতি পত্ৰ ৩ তোলাত ২ অনা লই। বাঙ্গি পঠালে, তাৰ ২০ তোলা ১০০ মাইলৰ বাট জাবলৈ ২ অনা লাগে; ১০০ তোলা ১০০ মাইলত ৪ অনা লৰ। কিতাপৰ বাঙ্গি দুই মুৰে মুকলিকৈ দিব লাগে, তাৰ ২০ তোলাত ১ অনা দিলে, জিমানলৈকে জাব লাগে, তেও এক অনা মাথোন লই; ৪০ তোলাৰ জোখ হলে ২ অনা লই।

**The Education Dispatch.**

হিন্দুস্থান দেসত ইস্কুল পাতি সকলো মানুহক ইউৰপিয়া বিদ্যা সিকাবলৈ লণ্ডনত থকা কম্পানিৰ অধিকাৰবিলাকে আগ্যা পঠাইচে। সেই ইস্কুলবিলাকত সকলো দেসৰ লোকে আপোন ভাসা প্ৰথমে সিকিবলৈ দিচে; আৰু জিবিলাকে ভালকৈ আপোন ভাসা পৰ্হিব পাৰে, সিবিলাকে ইংৰাজি ভাসা সিকিব দিচে। কিন্তু গবৰ্নমেণ্টৰ ইস্কুলত সংস্কৃত, আৰবি আৰু পাৰচি নি সিকাব। সকলো চাত্ৰে কিচু কিচু ধন দিব লাগে। আৰু পাদুৰি লোককে আদি কৰি জিবিলাকে ইস্কুল পাতে, তাৰ খৰচৰ নিমিত্তে গবৰ্নমেণ্টে অলপ অলপ ধন দিব। আৰু সকলো মানুহে আপোন আপোন গাৱত ইস্কুল জেন পাতে গবৰ্নমেণ্টৰ ইচা হই, জতে জতে পাতে, চৰকাৰিৰ কিচু ধন দিব, কিন্তু সকলো খৰচ নি দিব।

আৰু ইউনিবৰ্চিতি নামে লণ্ডনত জি প্ৰধান বিদ্যালই আচে, তাৰ নিচিনা এই দেসতো এনে এটা দুটা ইউনিবৰ্চিতি পাতিবলৈ দিচে; পাচে জি জি চাত্ৰে হিন্দু কলেজ, বিসপ কলেজ, দফ কলেজ, স্ৰিৰামপুৰ কলেজ আদি কৰি সকলো ঠাইত গিয়ান বিদ্যা সিকি এঁটালে, সিবিলাকে ইউনিবৰ্চিতিলৈ গলত অধিকাৰবিলাকে লোধ পোচ কৰি প্ৰতি জনৰ গিয়ান বুজি জাৰ জেনে গিয়ান, তেনে মৰ্জতা আৰু বিদ্যাৰ প্ৰখ্যাত নামো দিব। এনে সুখিয়াতি নাম সকলো জাত, সকলো ধৰমৰ মানুহে পাব;

হিন্দু মচলমান, খ্রিষ্টিয়ান, বা আন আন ধৰম আচৰিলে, কাৰো নিষেধ নাই ।

**Proposed Colonization of the Andamans.**

বঙ্গাল সাগৰৰ মাজত আন্দমান নামে কেত খনি মাদুলি আছে । সেই মাদুলি জাহাজৰ পোন বাটত থকা কাৰনে বহু জাহাজ তাতে লাগি ভাগি জাই, আৰু জি ৰাখ্যসবোৰ তাত থাকে, সিইঁতে মানুহবোৰক বধ কৰি থাকে । আগেয়ে তাত এবেলি নিবাস কৰিবলৈ মানুহবিলাকে গৈছিল । অলপ কাল থাকি সেই ঠাই বৰ বেয়া হোআত মানুহ জৰ নৰিয়া পৰি থাকিব নোআৰিলে । এতিয়া গবৰ্নমেণ্টে কইদি লোকক পঠাই জংঘল কটাই নগৰ খন পাতিবলৈ জাহাজৰ লোক আৰু অন্য কোনো কোনোএ নিবেদন কৰিছে ।

**Proposed Junction of the Mediterranean and Red Seas.**

ইংলণ্ডৰ পৰা হিন্দুস্থানলৈ পোন বাটে দি জাহাজ চলাবৰ নিমিত্তে আলেন নামে এজন গিৰানি লোকে বুধি দেখাইছে । য়ৰ্দান নদি ভূমাজৰ সমুদ্ৰতকৈ চাপৰ, সেই নিমিত্তে কাৰমেল পৰ্বতৰ পৰা তিবেৰিয়া সাগৰৰ দখিন ফাললৈ এটা খলা জান কৰিবলৈ দিছে; পাচে ভূমাজৰ সমুদ্ৰৰ পানি সেই খলা জানত সোমাই য়ৰ্দানৰ খাল পুৰ কৰি চিদোমৰ মৰা সাগৰলৈকে এখান দিঘল সৰোবৰ হব । পাচে সেই সৰোবৰৰ পানি দখিন ফাললৈ বৈ চুফ সাগৰত পৰিবৰ নিমিত্তে আৰু এখান নৈ খানিব লাগে । সেই কাম কৰিব পাৰিলে সকলো ডাঙৰ জাহাজ তাতে সোমাই পোন বাটে দি এই হিন্দুস্থান দেসলৈ আহিব পাৰিব ।

**Rai Bahadur Kishen Chunder Choudri.**

১৩ বচৰ গল শ্ৰীজুত ৰছেল চাহাব হুগলি জিলাৰ জজ অৰ্থাত বিচাৰ কৰ্ত্তা কাম পালে । তেঁও বঙ্গালি ভাসা নে জানি ক্ৰিস্ন চন্দ্ৰ চৌধাৰি নামে চিৰস্তাদাৰক প্ৰাই সকলো কৰমৰ ভাৰ দিলে । ১১ বচৰলৈকে সেই চিৰস্তাদাৰে ভেঁটি ন লৈ নিয়াই ৰুপ বিচাৰ কৰম কৰাত গবৰ্নমেণ্টে তেঁওক ৰাই বাহাদুৰ নাম দি ইংৰাজি লৰ্ড চাহাববিলাকৰ নিচিনাকৈ মৰ্জ্জতা কৰিছে । আগেয়ে এনে নিয়াৱন্ত মানুহ তাত নাছিল; তেঁও জদি আনৰ নিচিনা ভেঁটি খালেহেঁতেন, তেন্তে বৰ ধনৱন্ত হলহেঁতেন; এতিয়া হলে দুখিয়া মানুহ হৈছে, সেই নিমিত্তে গবৰ্নমেণ্টে এই ৰুপে মৰ্জতা দিছে; পেনস্যানো দিব ।

**The Turco-Russian War.**

দানুব নদি পাৰ হৈ চিলিস্ত্ৰিয়া নগৰ লবলৈ ৰুচিয়াই জুধ ধৰিলে, কিন্তু লব নোআৰিলে । সেই জুধ কেইবা দিনো কৰিলে; ৰুচিয়া সেনা অনেক হেজাৰ মৰিল, প্ৰধান সেনাপতি পাস্কিউইচ আৰু গৰ্ত্তচাকফ এই দুয়ো মৰিল। পাচে ৰুচিয়া সকলে ভাগি উলটি নদিৰ পাৰ হৈ গল ।

**Revolution in Spain.**

ইস্পানিয়া দেসৰ ইচাবেলা মহা ৰানিএ ধৰম ৰুপে আচাৰ ন কৰি, অনেক লোকে সৈতে দুষ্ট কৰম কৰে, ইয়াকে সুনি বুজি তেঁওৰ পুৰীৰ মাজত জি সকল ভদ্ৰ লোক আছে, সিবিলাকে বৰ লাজ পাই, দুখেৰে বচৰ চাৰেক চিন্তি থাকি মহা ৰানিক সজ আলচ দিলে, কিন্তু ৰানিএ নিলাজি হৈ কাৰো কথা মু সুনিলে । সেসত জেনৰল দনল সেনাপতিএ দ্ৰোহ পাতি ফৌজ গোটালে । তেঁৰে সৈতে মহা ৰানিএ আপোনাৰ সেনাবোৰক ৰন কৰিবলৈ পঠালে । কিন্তু সিইঁতে জিনিব নোআৰি হুহকি ভাগি, গল । ক্ৰমেৰে প্ৰাই গোটেই খন দেসৰ মানুহে ৰানিৰ অহিতে উঠি, সদাচাৰেৰে ন প্ৰবৰ্ত্তিলে আমি মহা ৰানিক আদৰ মান্য ন কৰোঁ ইয়াকে থিৰ কৰিলে । কিন্তু আন কোনো জনাক ৰজা পাতি গ্ৰহন কৰিব, ন ৰুৰিব, তাক পাচে দেখিবলৈ পাম ।

**Octagonal Copper Coin found at Sibsagar.**



এই তামৰ মোহৰৰ ইফালে মুনিহৰ মুৰ্ত্তি সি ফালে তিৰোতাৰ মুৰ্ত্তি লিখা আছে । কিন্তু এই দেসৰ লোকৰ বস্ত্ৰৰ দৰে ন হই; কোন

ৰজাৰ মোহৰ বা কোন কালে মৰা হৈছে, তাক কেৱে কব নোআৰে; আন্দাজে ওপৰ হিন্দুস্থান বা বাক্‌ত্ৰিয়া দেসৰ পৰা আনিচিলে। এহেজাৰ বচৰ মান পুৰনি হব পাই। তাৰ মাজত বিস্তা এটা আচে; আধৰৰ চিন একো নে দেখোঁ।

---

## ফাঁচি দিয়া এজন মানুহৰ কথা।

Execution of a Prisoner.

গুআহাটি জিলাত আগষ্ট মাহৰ ২৬ তাৰিখে এটা মানুহ ফাঁচি দিয়া হল। কাৰন তিনি চাৰি মাহৰ আগেয়ে সি আপোনাৰ তিৰোতাক বধ কৰিলে; কিয়নো তাই তাৰ ঘৰত নে থাকি পলাই ফুৰিচিল; তাতে সি বিচাৰি পাই টকনিয়াই প্ৰান মাৰিলে। পাচে তাক ধৰি আনি সোধ পোচ কৰাত সি স্বৰুপকৈ সকলোকে সৈ কাৰ্হিলে; তাতে তাৰ দণ্ড ফাঁচিৰ হুকুম হল। কিন্তু ম্ৰিত্যুৰ সময়লৈকে তাৰ মন কেনে আচিল, তাকে আমি অলপকৈ লিখিচোঁ।

তাৰ মৰনৰ চাৰি দিনৰ আগেয়ে আমি তাৰ ওচৰলৈ গলোঁ, আৰু পৰকালত কি গতি হব, আৰু পৰম ইশ্বৰে কেনে দায়া কৰিলে; অৰ্থাত জি ৰুপে আমাৰ প্ৰভু য়িচু খ্ৰিষ্টে পাপি লোকৰ জামিন হৈ পেৰেঙ্গ কাঠৰ ওপৰত আপোনাৰ প্ৰান চাৰি দিলে, তাকে সেই দুখিয়া জনৰ আগত বুজালোঁ, কিন্তু তেতিয়া তাৰ মন উগুল থুগুল আচিল, ভালকৈ কথা বুজিব নোআৰিচিল, তথাপি অনেক কথা কলত কিচু বুজিলে, তেও সি পাপি তাক সৈ কাৰ্হিচে, আৰু এই ফাঁচিৰ দণ্ড উচিত বুলি কৈচে, কিন্তু দুতিয় ম্ৰিত্যুত কি ৰুপে সাৰিব পাৰে, তাক সুধিলত প্ৰাই নিৰ্মাত হল। পাচে ক্ৰমে ক্ৰমে প্ৰভুৰ কথা সুনি বুজিলে, আৰু মন কিচু থিৰ হেন দেখিলোঁ। তাৰ লগত আমি প্ৰভুলৈ তাৰ নিমিত্তে প্ৰাৰ্থনা কৰি তাৰ পৰা আহিলোঁ।

আৰু দুতিয় দিন ২৪ তাৰিখে আমি আকও সেই মানুহৰ মন কেনে আচে, তাক বুজিবলৈ গলোঁ; সৈ প্ৰথমতে দেখিলোঁ, জে তাৰ মন আগ দিনতকৈ কিচু থিৰ। তাৰ মনৰ কথা সুধিলত সি বুলিলে, মই পাপি হঁও, কিন্তু য়িচু খ্ৰিষ্টত ভাৰসা কৰিচোঁ; তেঁওৰ ইচা হলে উধাৰিব পাৰে। তথাপি কথা ভালকৈ বুজা নাই কিচিল। পাচে তাতে আমি অনেক অনেক কথা বুজালত লাহে লাহে সেই মানুহে প্ৰভুৰ প্ৰেম চিনি পালে, আৰু সি এনে জনৰ আগত মহা পাপ কৰিলে, তাৰ কাৰন মনত খেদ কৰিচে। আৰু তুমি মৰাৰ পাচে কলৈ জাবা বুলি সুধিলত সি কলে, নৰকত থাকিব লাগিব বুলি জানিচোঁ। পাচে প্ৰভুএ জি ৰুপেৰে আমাৰ পাপৰ কাৰন দুখ ভোগ কৰি মহা প্ৰাচিত পাতিলে, আৰু এতিয়াও পাপি লোকক দুই হাত মেলি মাতিচে, তাক বুজালত তাৰ মন কেৱল প্ৰভু য়িচু খ্ৰিষ্টত লাগিল। পাচে আমি এক ঘণ্টা মান তাতে থাকি অনেক বুজাই প্ৰাৰ্থনা কৰি তাৰ পৰা আহিলোঁ।

ত্ৰিতিয় দিনা ২৫ তাৰিখেও তাৰ মন কেনে আচে, তাকে চাবলৈ গৈচিলোঁ; কিয়নো এই দুখিয়া মানুহ জন জদি প্ৰভুৰ সিস্য ন হব, তেন্তে আৰু দুখ পৰকালত বৰ্হা হব। পাচে সৈ তাৰ মনৰ কথা সুধিলত সি বুলিলে, মোৰ মন আগতকৈ এতিয়া ভাল আচে, ওৰে ৰাতি য়িচু খ্ৰিষ্টৰ নামেৰে প্ৰাৰ্থনা কৰি আচোঁ। ৰাম, ক্ৰিস্ন, এইবিলাকৰ আস্ৰুই তুমি এৰিবা নে, বুলি সুধিলত সি বুলিলে, হই, সিবিলাকে মোক ৰাখিব নোআৰে; কেৱল প্ৰভু য়িচু খ্ৰিষ্টকহে আস্ৰুই লৈচোঁ; কিয়নো তেঁওক প্ৰাৰ্থনা কৰাত মোৰ পাপ খেমা হৈচে বুলি মনত প্ৰমান পাইচোঁ। আগেএ মোৰ মন এন্ধাৰ আৰু গধুৰ আচিল, কিন্তু এতিয়া মন বৰ ভাল পাইচোঁ। আমি তাৰ লগত প্ৰভুলৈ তাৰ নিমিত্তে প্ৰাৰ্থনা কৰি কিচু বেলি থাকি আহিলোঁ।

আমি গধুলি বেলিকা তাৰ ওচৰলৈ আৰুও গৈচিলোঁ; তেতিয়া তাৰ মন আৰু থিৰ হেন দেখিলোঁ। মনৰ কথা সোধাত সি বুলিলে, মোৰ ভই সংসই আৰু নাই, সকলো ভই সংসই প্ৰভু য়িচু খ্ৰিষ্টে দুৰ কৰিচে; মৰিবলৈ মই ভই ন কৰোঁ; আৰু মোৰ সৰিল, প্ৰান, আত্মা, জিৱ সকলোকে তেঁওৰ হাতত সোধাই দিচোঁ; মোৰ

মন এতিয়া আনন্দ আচে। আমি আৰু কিচু মান প্ৰভুৰ সান্তনাৰ কথা বুজাই প্ৰাৰ্থনা কৰি আহিলোঁ। সেই মানুহৰ মন দেখিলোঁ, মনত কপট নাই, আৰু মৰনৰ পৰা সাৰিবলৈ ইচাও ন কৰিলে, কিন্তু নৰকত জেন ন পৰে, এই হেতুকে সি দ্ৰিঢ মনেৰে প্ৰভুত বিস্বাস কৰিচিল; আন আসুই সকলো এৰি পেলাব বুলি ভাবিলো। তাৰ মন মুকলি আৰু পহৰ দেখিলো, আৰু প্ৰাৰ্থনা কৰিবলৈ তাৰ মন আচিল, আমি তালৈ জোআত সি বৰ ভাল পাইচিল। হাই হাই! সি মৰিবলৈ আৰু এক ৰাতি মাত্ৰ আচে, তথাপি জদি প্ৰভুৰ স্বৰুপ সিসা হব, তেন্তে আৰু দুখ ভই নাই, কেৱল সুখ পাব।

সনি বাৰে ২৬ তাৰিখে ৭ বজাত তাৰ ফাঁচি হব, এই নিমিত্তে তাৰ আগত আৰু কিচু কথা বুজাবলৈ আমি ৰাতি পুআ নিচেই সোন কালে তাৰ ওচৰলৈ গলোঁ, পাচে কিচু কথা বুজালোঁ। তোমাৰ মন কেনে আচে; বোলাত, সি কলে, মন অতি ভাল আচে প্ৰাৰ্থনা কৰি পাপৰ খেমা পাইচোঁ। কি প্ৰমান? সি কলে, মনত প্ৰমান আচে, ভুল ভ্ৰান্তি সকল গুচিল, মৰিবলৈ ভই ন কৰোঁ। সেসত আমি তাৰ লগত প্ৰাৰ্থনা কৰিলো। পাচে জেতিয়া কইদিবিলাকৰ মাজত সেই মানুহ জনক নিবলৈ উলিয়ালে, তেতিয়া তাৰ মুখ চাই দেখিলোঁ, মনত দুখ নাই, কেৱল প্ৰফুল্লিত মুখ দেখিলোঁ। আৰু বাটত নিওতেও মন বস্থ আচিল; মনত কি জানি প্ৰভুলৈ ভাবনা আচিল। আৰু তাৰ ম্ৰিত্যু ভাল আচিল, কোনো কোনো লোকে বুলিচে, আন ফাঁচি দিয়া লোকৰ নিচিনা ই দুখ পোআ নাই, অতি সোন কালে ম্ৰিত্যু হল। হই, এই লোক জনৰ মন আমি প্ৰথমে দেখাত্তকৈ তিনি চাৰি দিনৰ মাজত বহুত বেলেগ দেখিলোঁ, এতেকে জানিচোঁ, পৰম ইস্বৰে তেঁওক দায়া কৰি পৰিত্ৰান দিব; কিয়নো তেঁও প্ৰতিগ্যা কৰিচে, জি কোনোএ মোৰ ওচৰলৈ আহে, তাক মই কোনো ৰুপে বাহিৰ ন কৰোঁ, কিন্তু মোৰ প্ৰিয় লোক বুলি গ্ৰাজ্য কৰি সুখৰ থানত লম; জেনেকৈ সাস্ত্ৰত লিখা আচে। লুকে লিখা ২৩ আধ্যা, ৩৯ পদৰ পৰা ৪৪ পদলৈকে। য়িচু খ্ৰিষ্টক তোলা সময়ত তেঁওৰ দুয়ো ফালে জি দুটা ডকাইতক তেঁওৰে সৈতে অৰা হৈচিল, সিইতৰ এজনে প্ৰভুক নিন্দা কৰিলে, কিন্তু সি জনে মনত খেদ কৰি বুলিলে, হে প্ৰভু আপোন ৰাজ্যত সোমালে তেতিয়া মোক সোঁৱৰা। য়িচুএ তাক বুলিলে, মই তোমাত স্বৰুপৈকে কৈচোঁ, তুমি আজিএই মোৰ লগত সুখৰ থানত থকা হবা। সেই ৰুপে এই ফাঁচিত অৰা মানুহ জনক কি জানি প্ৰভুএ বুলিলে, মোৰ লগত সুখৰ থানত থকা হবা। কিয়নো সি মনত খেদ কৰি প্ৰভুত বিস্বাস কৰিলে, এতেকে জানিচোঁ, এতিয়াও সি প্ৰভুৰ লগত আচে। বিসেসকৈ তাৰ মৰন মই আপোন চকুৰে দেখিলোঁ। জেতিয়া তাক ফাঁচিৰ ওপৰলৈ তুলি নিলে, জখলাত উঠি জাঁওতে সি ওপৰলৈ চাই গৈচিল, পাচে তাৰ ডিঙিত ৰচি লগাই দিলতো সি ওপৰলৈ মুৰ কৰি আচিল। পাচে চাঙ্গ পেলাই দিলত সি একেৰিও ধৰ ফৰ কৰা নাই, আন ফাঁচিৰ লোকে জেনেকৈ দুই তিনি বেলি চিপ লৈ প্ৰান এৰে, এই মানুহে তেনে ৰুপে কৰা নাই; বেগতে থিৰ হৈ ম্ৰিত্যু হল। এই দৰ্সন চাবলৈ ৫।৬ হেজাৰ মান লোক চাপিচিল। ৰ. প.



গোৰৰ খোঁচোৰা চৰাইৰ নকসা



## আওৰংজেবৰ বিবৰন।

**Account of the Emperor Aurungzeb.**

জাহাংগিৰ বাদসা। নৌ মৰোঁতেই আপোন পুতেক চৰিয়ৰক মহা ৰজা বাৰ দিবলৈ আগ্যা কৰিলে; কিন্তু ৰাজ মন্ত্ৰিবিলাকে চৰিয়ৰক ভাল নে পাই তেঁওৰ ককায়েক স্যা জেহানক সিংহাসনত তুলিলে। তেতিয়া স্যা জেহান বাদস্যাই আপোনাৰ চাৰি পুতেক দাৰা, চুজা, আওৰংজেব, মৰাদ, এইবিলাকক বাধি, বাবৰ বাদস্যাৰ আন সকলো বংশক বধ কৰিলে। তথাপি এই মহা পাপ কৰাৰ পাচে ধৰম ৰূপে ৰাজ সাসন কৰিলে। তেঁওৰ দিনত আচাম আৰু তিবেত দেস দখল কৰিবলৈ সেনা সেনাপতিবিলাকক পঠিওআ হৈছিল। পাচে জেতিয়া ৰজা বুঢ়া হল, তেঁওৰ চাৰি পুতেকে পৰস্পৰ ৰজা হবলৈ উপাই কৰিলে। বৰ পুতেক দাৰাই বাপেকৰ লগত থাকি ৰাজ্য সাসন কৰিছিল; কিন্তু চুজা আঁতৰি গৈ সেনাবিলাক গোটালে। তেতিয়া দাৰাৰ পুতেক চুলিমানে সেনাক লৈ গৈ জুধ ধৰি তাক জিনিলে।

আওৰংজেব বৰ গিয়ানি হৈ ফকিৰৰ দৰে কোৰান কিতাপ পঢ়ি আছিল; পাচে ভায়েক মৰাদক ৰজা পাতিম বুলি চলেৰে অনেক ফৌজ গোটালে। তাতে দুই ভায়েকে সৈন্যে ৰন কৰিবলৈ দাৰাই ওলাল। প্ৰথমতে দাৰাৰ সেনাবিলাকে জিকি সত্ৰুবোৰ খেদাইছিল, কিন্তু কাসিম খাঁ নামে তেঁওৰ এজন সেনাপতিএ ৩০, ০০০ মুসলমান সৈন্যে দাৰাৰ অহি-

তে দ্রোহ চিন্তি পাচ ফালে থাকিল । দাৰাই পৰাজই কৰা জেন দেখি সি আপোন ঘোঁৰা মেলি তেঁওৰ হাঁতিৰ ওচৰলৈ বেগাই গৈ বিজিয়াৰ ধৰিলে, জই জই মহা ৰাজ, চিৰঞ্জিউ হোক; সত্রু পৰাস্ত হল । কিন্তু এইমান ওখত উঠি থাকিলে সত্রুবিলাকে কাঁৰ মাৰিব, এই কাৰনে নামি ঘোঁৰাত উঠিলে ভাল । তাতে দাৰাই নামি আহিল । তেতিয়া সকলো সেনাবিলাকে ৰজাক নে দেখি মৰিল বুলি জানি ভাগি পলাল । পাচে আওৰংজেবে ৰাজ নগৰ লৈ বাপেককো ধৰি কইদ কৰিলে । তেতিয়া আপোন ভাই মৰাদকো কইদত দিলে; আৰু ককায়েক দাৰাক বধ কৰিলে । অকল চুজা থাকিল, সিও ভই কৰি মগ দেসলৈ পলাল । কিন্তু মগ ৰজাই নির্দয়া ৰূপে তাক বধিলে ।

ক্রমে আওৰংজেবৰ সেনাপতি অমিৰ জুমলাই খেহ দেসক আক্রমন কৰিবৰ মনেৰে আহি আচাম দেসত সোমাল । তেতিয়া বাৰিসা কাল হৈছিল । সকলো সেনাবিলাক নৰিয়া পৰা দেখি আচাম দেসক দখল কৰিব নোআৰি হঁহকি গল । ১৭১৭ সঁকৰ ২৮ ফেবৰুআৰিত আওৰংজেব বাদস্যা মৃত্যু হল ।

## সভ্য বেৱহাৰৰ কথা ।

Civilization—Epic Poets.

জি বেৱহাৰেৰে মনুস্য লোকক তুষ্ট কৰা হই, সেয়েই সভ্য বেৱহাৰ । জি জনে সকলোৰে ভিতৰত অতি অলপ লোকক অসন্তোস কৰাই, সেই জনেই সকলোৰে ভিতৰত সভ্য হই ।

বিবেচনা ৰূপে থিৰ কৰা ৰিতি জি ৰূপে সকলোতকৈ উত্তম, সেই ৰূপে বিবেচনাৰে কৰা বেৱহাৰো সকলোতকৈ উত্তম । কিন্তু কেতথনি বেৱস্থা লিখক লোকে জেনেকৈ বেৱস্থাৰ ভিতৰত অসঙ্গতি কথা মিহলাইছে, তেনেকৈ কেতথনি উপদেসকেও সভ্য বেৱহাৰৰ ভিতৰতো বেয়া ৰিতি চলাইছে ।

জগতত আমাৰ সমান, আৰু ডাঙৰ, আৰু সৰু, এই তিনি প্রকাৰ প্রানি আছে। সিইতৰ নিমিত্তে জি উচিত বেৱহাৰ, সেয়েই সভ্য বেৱহাৰ ।

অহঙ্কাৰ, অসন্তোস, অগিয়ান, এই তিনিৰে পৰা প্রাই অসভ্য বেৱহাৰ হই । জদি এই তিনি দোস নে থাকে, তেন্তে ইহকালৰ লোকে জিহকে সংসাৰৰ গিয়ান বোলে, এনে গিয়ানৰ অভাও হলেও মানুহৰ অসভ্য বেৱহাৰ ন হই ।

আমি জদি অহঙ্কাৰ, অসন্তোস, অগিয়ানতে মতলিয়া ন হঁও, তেন্তে সভ্যৰ ভিতৰত কি কথা কব লগিয়া হই, আৰু কি ৰূপে আচৰন কৰিব লাগে, তাক বিবেচনা কৰি জানিব পাৰি; আৰু বিবেচনাতে জানিব নোআৰি, জে এনেকৈ কেৱে কব নোআৰে; এই নিমিত্তে বিবেচনাই সভ্য বেৱহাৰৰ আদি মুল । কিন্তু এই সজ্ঞ বিবেচনা অতি অলপ লোকৰ আছে, এই নিমিত্তে সভ্য জাতি সকলে নিজ নিজ গিয়ানেৰে চলিত আচাৰৰ দৰেৰে সভ্য বেৱহাৰৰ কোনো কোনো ৰিতি থাপনা কৰিছে, ইয়াতে জি সকলৰ বিবেচনা হিন, সি সকলে সেই ৰিতিৰ অনুসাৰে বেৱহাৰ কৰিলেই সভ্য হই ।

গ্রিক দেসৰ হোমৰ নামেৰে এজন কবি, তেঁও অনেক বিধ লোকৰ অনেক ৰূপে স্বভাও বর্ননা কৰাত সকলো কবিতকৈ প্রধান হল । আৰু তেঁও আপোনাৰ পুথিত অনেক দেৱতাৰ বর্ননা এনেকৈ বিসেস ৰূপে কৰিছিল, জে এজনৰ বেৱহাৰ আন জনলৈ কোনো ৰূপে হবৰ জোগ্য ন হই । আৰু ৰজাবিলাকৰ জে গাই পতি বর্ননা কৰিছিল, সিবিলাকৰ দেসৰ তেনে স্বভাও চৰিত্র, সেই ৰূপে সুন্দৰ বর্ননা কৰিছিল । আৰু সিবিলাকৰ মাজৰ জিবিলাক অতিসই সাহসিক, সেইবিলাকৰ গাই পতি বিসেস ৰূপে সাহসৰ বর্ননা কৰিছিল, তাক সংখেপে কিচুমান লিখোঁ, জে সেই হোমৰৰ পুথিত জি কোনো কথা আৰু কৰম বর্ননা কৰা আছে, তাক পঢ়িলেই সেই কথা কোআ কোন, আৰু সেই কৰম কৰাটো বা কোন, তাক পঢ়া জনে নাম নো চোআকৈও জানিব পাৰে ।

সেই হোমৰে কেৱল অনেক লোকৰ বিসেস ৰূপে স্বভাও বর্ননা কৰাতেই ন হই, কিন্তু আ-

চৰিত্ত বেৱহাৰ অতি সুন্দৰ ৰূপে বৰ্ননা কৰোঁতেই সকলোতেকৈ অগ্ৰগনি হল । তেঁও জি সকল লোকৰ চৰিত্ৰ লিখিচে, সিবিলাকৰ ভিতৰৰ এজনা অতি বুৰা হৈ পলিফিমচ আদি আগ কালৰ মহা বিৰবিলাকে সহিতে কথোপকথন কৰিচিল; আৰু আন কোনো কোনো বিসেসকৈ প্ৰধান জন দেৱিৰ পুত্ৰ আচিল । আৰু এজন ত্ৰোআ নগৰৰ ৰজা, তেঁও অনেক অনেক ৰজাৰ আৰু বিৰ সকলৰ ৰাপেক আচিল । হোমৰে এই সকল লোকৰ বেৱহাৰ বৰ্নোআতে কেৱল সুন্দৰ কথাহে আচে এনে ন হই, কিন্তু প্ৰধান মহিমাৰ গুনৰ কথাও আচে; এই নিমিত্তে সেই বৰ্নোআ ইতিহাস কাব্য বিসেস ৰূপে সুন্দৰ হই । তথাপি হোমৰে অনেক প্ৰকাৰ বেৱহাৰ দেখাৱৰ নিমিত্তে দেৱতাবিলাকৰ ভিতৰত ৰসিক জি বুল্কান আৰু মানুহৰ ভিতৰতো কথকি জি থৰ্চিতিচ, সিবিলাকৰো বৰ্ননা কৰিচিল ।

ৰুমিয়া দেসৰ বৰ্জিল নামেৰে এজন কবিএ অনেক অনেক লোকৰ নানা স্বভাৱৰ বৰ্ননা কৰিচিল হই, কিন্তু সি হোমৰৰ নিচিনা উত্তম ন হই । আৰু তেঁও ইনিয়াচ নামে বিৰৰ জি চৰিত্ৰ লিখিচিল, সি অবিকল অৰ্থাত্ত বৰ ভাৱিত ন হই । কিন্তু আখাতিচ তেঁওৰ মিত্তিৰ ৰূপে বিদিত থকাতো মিত্ৰ ভাৱে কিচু কৰ্ম কৰিচে, এনে কোনো প্ৰমান তেঁও দিয়া নাই । গয়াচ, মনেচথুচ চৰ্জেস্তিচ আৰু ক্লোআন্থচ, এই সকল বিৰৰ নিমিত্তেও এই প্ৰকাৰ কথা কব লগিয়া হই । আস্কানিয়চ ৰজাৰ কোঁঅৰৰ চৰিত্ৰত কোনো কোনো কথা অতি সুন্দৰ ৰসিক আচে, আৰু দিদো ৰানিৰ সমস্তো চৰিত্ৰৰ বৰ্ননা প্ৰসংসা কৰিব লগা হই । কিন্তু তৰ্নচৰ চৰিত্ৰত কোনো নতুন বিসেস কথা পোআ ন হই । আৰু মনে ধৰে, পালাচ, ইৱান্দৰৰ বৰ্ননা, হেক্তৰ, প্ৰিয়ামৰ বৰ্ননাৰ দৰেৰেই হই; আৰু লৌচচ, আৰু মিচেন্তিয়চ প্ৰাই পালাচ আৰু ইৱান্দৰৰ নিচিনা হই । নিচচ আৰু ইয়ুৰিয়ালচৰ বৰ্ননা উত্তমেই হই; কিন্ত মনে ধৰে, সিবিলাকৰ চৰিত্ৰ সাধাৰন ৰূপ হই । তথাপি চিনন আৰু কামিলা আদিৰ বিসয়ে তেঁও জি বৰ্ননা কৰিচে, তাৰেই তেঁও গ্ৰিক কবিতকৈ প্ৰধান হৈচে, এই কথা পন্ডিয়াৰ লগাও হই । তাৰু তাকৰকৈ লিখোঁ, অনেক লোকৰ নানা বেৱহাৰৰ বৰ্ননা ইলিয়দ পুথিত জেনেকুআ, তেনেকৈ ইলিয়দ পুথিত লিখাবিলাক হোআ নাই ।

ইংলণ্ডৰ মিল্‌তন নামেৰে এক কবিএ বৰ্জিলৰ প্ৰতিগ্যা লৰা নিচই জানি আপুনিও সেই ৰূপে কৰ্ম কৰিবলৈ অনিচা হল; কিন্তু তেঁওৰ কবিতা অৰুল আদম আৰু হেৱা, এই দুইৰ নিমিত্তে ৰচনা কৰাত সেই ৰূপে লৰ চৰ ন কৰা অতি টান হল; এই নিমিত্তে সি কল্পনাৰে অৰ্থাত্ত উপায়েৰে পাপ আৰু ম্ৰিত্যুৰ দুই মুৰ্তি সাজি আপোনাৰ পুথিৰ কথাত এটা উত্তম আৰু সুন্দৰ মনেৰে পাতি দ্ৰিষ্টান্ত দেখাইচে । জদি তেঁওৰ বৰ্ননা অতি সুন্দৰ আৰু মনোহৰেই হই, তথাপি কবিতাৰ ভিতৰত এই ৰূপে মনেৰে কল্পনাকৈ পাতি বৰ্ননা কৰা উচিত ন হই । কিয়নো কবিতাত সকলোএ বিস্বাস কৰে, কিন্তু সেই মনেৰে পতা কথাত কোনে বিস্বাস কৰিব পাৰে?

মিল্‌তন চাহাবৰ পুথি পৰ্হাবিলাক জেই জাতৰে জেই দেসৰ হওক, সকলোএ তেঁও বৰ্নোআ প্ৰধান আদম আৰু হেৱা, এই দুজনাক পিত্ৰি মাত্ৰিহে বুলিব পাৰে, এনে ন হই, আপোনাৰ সলনিও বুলিব পাৰে; কিয়নো সেই দুজনাৰ বেৱহাৰৰ দৰেৰে আমাৰ সকলোৰে সুখ বা দুখ হই । এই নিমিত্তে সকলো লোকে সিবিলাকৰ বিৱৰন জানিবলৈ ইচা কৰে । সেই কাৰনেই মিল্‌তনৰ পুথি পাৰলৈকো সিবিলাকে অতি ৰৰকৈ লোভ কৰে; আৰু অৱস্যে তেঁওলৈ সকলোৰে মৰম হই । ৰ. ন.



## কঁহুআ সিকি দিয়াৰ কথা।

**The Counterfeit Penny.**

এদিন এজনি চোআলিএ বজাৰত মৰপা কিনিবলৈ গৈ ধন ভঙ্গাওতে বজাৰিএ তাইক এটা কঁহুআ সিকি দিলে। তাই নো চোআকৈ লৈ আহি পৰ্হা সালি পালত চাই দেখে, বজাৰিএ তাইক কঁহুআ সিকিটো দিলে। ওলোটাই দিবলৈ নিলত বজাৰিএ কলে, জেতিয়া মোৰ বজাৰৰ পৰা ৰুপ নিয়া, তেতিয়া তুমি চাই কঁহুআ সিকিৰ বদলে ভাল ৰুপ নিব লাগিচিল, এই বুলি ৰুপ সলাই নি দিলে। সেই চোআলিএ ইয়াত বৰ বিৰক্ত হৈ পৰ্হা সালিৰ চাতৰৰ আগত কলত সিইতে কলে, ইয়াত চিন্তা ন কৰিবা, অন্য এজনক দি সলাই লবা, কাৰন ৰুপ বেয়া দেখা নে জাই, তুমি সিয়ে এই সিকিৰ হাত সাৰিব পাৰিবা। তাৰ পাচ দিনা সেই চোআলিএ সেই কঁহুআ সিকি লৈ নগৰৰ কোসৰৰ ধোঁৱা সালৰ ওচৰলৈ জাঁওতে এজনি বুৰি তিৰোতাই বগৰি বেচা দেখি সেই কঁহুআ সিকিটো দি জিমান বগৰি পালে তাকে লৈ তাই আহিল। সেই দুখিয়া তিৰি অতি বুৰি আচিল, আৰু চকুএও ভালকৈ ন মনিচিল, কিন্তু তাই ভাবিলে, এনেকুআ ভাল সুন্দৰি চোআলিএ কেতিয়াও বেয়া ৰুপ নি দিএ। সেই চোআলিএ বুৰিক চল কৰি প্ৰথমতে বৰ ৰঙ্গ পালে, বোলে, মোৰ হাতৰ পৰা তেও কঁহুআ সিকিটো গল। কিন্তু জেতিয়া তাই সুবলৈ জাঁওতে ইশ্বৰক স্তুতি কৰিব ধৰিলে, তেতিয়া সিকিলৈ আৰু বুৰি তিৰোতালৈ মনত পৰিল।—সোআ পাটিলৈ গৈ সুব নোআৰিলে মাত্ৰ, বাগৰা বাগৰিকৈ থাকি টোপনি নহাত উঠি বহিল, আৰু সুম হৈ টোপনি আহে বুলি পাটিৰ পৰা উঠি ঘৰৰ ভিতৰতে ই ফাল সি ফালকৈ কিচুমান ফুৰিলে, তথাপি ভালকৈ টোপনি নাহিল। কিন্তু সেসত পুআ সময়ত অলপমান চিলমিলকৈ টোপনি আহিল, তাতো কঁহুআ সিকিতহে ভাবনি আচিল, আৰু সপনতো দেখিলে। ৰাতি পুআ সুই উঠি দেখিলে, তাইৰ টোপনিএ একেবিও উপকাৰ ন কৰিলে, তাইৰ ওঁঠ আৰু জিবা সুকাই আচে; আচি চাই দেখিলে, মুখৰ বৰনো বিগৰি গল, আৰু ইশ্বৰক স্তুতি কৰিব ধৰিলতো সিকিত ভাবনি থকাৰ কাৰনে মন থিৰ কৰিব নোআৰিলে। আৰু তাই মনত ভাবিচে, "মই বৰ বেয়া কাম কৰিলোঁ, এজনি দুখুনি তিৰিক চলিব নে পাঁও। কিবা হব, সেই কঁহুআ সিকিৰেই তাই বস্তু বাৰি কিনিব লাগিচিল; কি জানি তাই কালি ৰাতি ভাত নো খোআকৈএ আচে। হাই হাই, মই কি বৰ অগিয়ানি, মই এতিয়া কি কৰিম?" এনেকৈ ভাবি চিন্তি থাকোঁতেই অকস্মাত জেন কেনেবাকৈ ইশ্বৰে তাইৰ কানে কানে কলে, বোলে, তই জাগৈ, কঁহুআ সিকিটো সলাই আনগৈ, ইয়াকে সুনি তাই তেতিয়াই বুৰিৰ তলৈ গৈ বুৰিক কান্দি থকা দেখি, বুৰি আই, কেলেই কান্দিচা, বুলি সুধিলে, বুৰিএ কলে, হে আই, মোৰ এটি সিকি আচিল, তাৰে চাহ কিনিবলৈ গৈচিলোঁ, কঁহুআ সিকি দেখি নি দিলে। পাচে সেই চোআলিএ "সেইটো মোৰ সিকি," এনে বুলি বৰকৈ কৈ ভাল আধলি এটা দি বেয়া সিকিটো আনি দোস খেমা দিবলৈ বুৰিক প্ৰাৰ্থনা কৰিলে। তেতিয়াহে তাইৰ মনৰ দুখ গুচিল, আৰু অচিন্তা ৰুপেৰে পৰম ইশ্বৰক প্ৰাৰ্থনা কৰিব পা·িলে। আৰু তাই মনত ভাবিলে, ইশ্বৰে মোক এই পাপৰ পৰা মুকুত কৰিলে। পাচে এই সকল কথা তাই পৰ্হা সালিৰ সকলো চাতৰক গোটাই কলে, আৰু কঁহুআ সিকিটো জুইত পেলাই দিলে। জদি কোনো লৰাই ফাঁকি দি, মিচা কথা কৈ চুৰ কৰি আৰু অনিয়াই ধৰম সকল কৰি ভাল লৰা হব খোজে, সি মিচা জোখ, তমুআ ৰুপ; আৰু কঁহুআ সিকিৰ নিচিনা অপাত্ৰ হব।

হে প্ৰিয় চাহাব, ইয়াকে চাই আমাৰ দেসৰ লৰা চোআলিবিলাকে এনেকুআ কুকথাত নু ফুৰিবলৈ মই ইংৰাজি কিতাপৰ পৰা এই কথাটি দেসি ভাসাৰে লিখিলোঁ। আপুনি অনুগ্ৰহ কৰি আপোনাৰ অৰুনোদই কাকতৰ এচুকত চাপি আমাক সন্তোস কৰাব, এই বাঞ্চা।

Lakhmilal Dutt.



## সিঙ্গ লগা ডঁৰিকৰ বিবৰন ।

The Horned Pheasant.

ডঁৰিকৰ অনেক জাত আচে, তাৰ মাজৰে এবিধ দেও ডঁৰিক, তাৰ গাত মৰা চৰাইৰ কান্ধৰ নিচিনা চকৰ থাকে । আৰু কলা জাত, তাৰ মুৰত মৰাৰ নিচিনা জ থাকে । খেহ দেসত দিঘল নেজেৰে এবিধ ডঁৰিক আচে, তাৰ কান্ধৰ দুটা পাখি চাৰি হাত মান দিঘল । আৰু সুবৰ্নমই ডঁৰিকো আচে, তাৰ বৰন প্ৰাই হালধিয়া; ঠায়ে ঠায়ে ৰঙ্গা পাখিও আচে । ৰূপ বৰনিয়া এবিধো খেহ দেসত আচে, তাৰ গাৰ ওপৰ ভোখৰৰ পাখি বগা, তল ফালৰ কলা, মুৰতো কলা জ থাকে ।

জি চৰাই ওপৰত লিখা আচে, তাক সিঙ্গ লগা ডঁৰিক বোলে, সি নেপাল আৰু তিবেত দেসত থাকে, প্ৰাই পেৰু চৰাইৰ নিচিনা । তাৰ ডিঙ্গিত বৰ বৰ ভোখৰ ৰঙ্গা কামলি আচে । আৰু সিঙ্গৰ নিচিনা হৈ মুৰত দো ভোখৰ মঙ্গহৰ ৰৰ আচৰিত সিঙ্গ থাকে; তাৰ জেতিয়া খঙ্গ উঠে, সেই সিঙ্গ, আৰু কামলি সিয়ৰি পোন হৈ পৰে ।

ডঁৰিকৰ মাজত সকলো বিধৰ মাইকিবোৰ মতাতকৈ সৰু, আৰু তাৰ সমান সুন্দৰ ঠগো ন হই; আৰু কামলি, জ, চকৰ, সিঙ্গ প্ৰাই এইবোৰো নাই ।

কলা জাতৰ দুবিধ, বেঙ্গেনা কলিয়া, আৰু পুলি কটিয়া । ইইঁতৰ সৰুতে পোআলিবোৰ বিচাৰি আনি নাইবা কনিকে আনি হাহ কুকুৰাৰ লগত উমনি দি জগাই, পুহি ডাঙ্গৰ কৰে । জেতিয়া মতা মাইকি চিনিব পৰা হই, তেতিয়া চাই মতাবোৰ ৰাখি খাই তুলিবলৈ সিকাই । পাচে হাবিলৈ নি জাল্গি পাতি মাজতে চৰাইটো খুঁটি মাৰি দি মানুহ লুকাই ৰৈ থাকে । তেতিয়া বনৰিয়াবোৰে ক্ৰমেৰে তাৰে সৈতে জুঁজিবলৈ আহি জাল্গিত লাগি ধৰা পৰে । তাৰে জ্ঞিবোৰ ন লগাকৈ আহি খাইৰ ওচৰ পাইহি, তাক মানুহে দেখা দিলেই উভতি লৰ মাৰোঁতে সিইঁতো জাল্গিত লাগেগৈ ।

## কলিকতাৰ পৰা অহা পত্ৰ ।

**Letter from Calcutta.**

এতিয়া আমাৰ দেসত পৰ্হা আৰু পৰ্হোআৰ জেনে নিয়মবিলাক চলিচে, তাৰ পৰা বিসেস উপকাৰ হোআ নাই, আৰু এই দৰৰ নিয়ম আগলৈকো চলিলে জে কোনো উপকাৰ হব, এনে কেতিয়াও ন হই । পৰ্হা সালিবোৰত বঙ্গালি ভাসাৰ পুথি জিমান দিনলৈকে চলিব, তিমান দিনলৈকে পৰ্হাৰ সুনিয়ম ন হই । আমাৰ দেসি লোকবিলাকৰ মনত বঙ্গালি বিদেসি ভাসা, এতেকে তাক সিঘ্রে সিকা টান । জিবিলাকে সিকিচে, তেঁওবিলাকেও সুবিদ্যা লভিব পৰা নাই; লাভৰ মুৰত এয়ে হই, জে অচমিয়া বঙ্গালি, পাৰচি কথা মিহলাইহে কাকত এখনকে লিখিব পাৰে । এতিয়াৰ কালৰ গুআহাটিয়া ডেকা এজনে আমালৈ এখন চিঠি লিখিচিল, তাৰ কেই ফাঁকি মান চালেই তেঁওবিলাকে ইস্কুলত সকৰে পৰা বঙ্গালি ভাসা সিকি আৰু বঙ্গালিৰ দৰে চলন কৰন কৰিবলৈ ধৰি জেনে বঙ্গালি বিদ্যা লাভ কৰিচে, তাক পৰ্হাবিলাকে জানিব পাৰিব । অচমিয়া ডেকা সকলে জি দৰে বঙ্গালি কথাকো আৰু অচমিয়া কথাকো অসুধকৈ লিখে, তাকে মই দেখুআব খুজিচোঁ । এতেকে অৰুনোদই সম্পাদকে (“ ”) এই চিনৰ ভিতৰত জি কথা লিখিলোঁ, তাক সেই ৰূপে ৰাখিব ।

“নিবেদন বিসেশ ——আপুনাৰ মঙ্গল সদতে শ্ৰী শ্ৰী ৺ স্থানে প্ৰাৰ্থনা কৰিয়া আসোঁ, তাহাতে অত্ৰানন্দ বিসেশ । আপুনাৰ পত্ৰ পাইআ সকলো খনি খবৰ জ্ঞাত হইয়াছি । আপনি —— কে জি কথা বুলিতে কহিআসিলেন, তাহা তাকে কইলাম, কিন্তু তেনি তাহাৰ কোনো জবাব দিল না ।” দেখা! পৰ্হা সালিত বঙ্গালি সিকি এই দৰে লিখিবলৈহে সিকিচে! তেঁওবিলাকৰ আখৰৰ সুধ অসুধৰ কথাই ন কঁও, কথাতেই চোআচোন । কোনো কোনো মাহিলি দৰমহা খোআ আৰু চাতৰ সিকোআ বাৰে থকা অচমিয়া ডেকাবো এই দোসটি থকা জনা গৈচে । জদি চাতৰ সিকোআ অধ্যাপক হয়েই ভালকৈ লিখিব নোআৰিলে, তেন্তে চাতৰবিলাকে নো কেনেকৈ তেঁওবিলাকৰ মুখৰ পৰা সুধ বঙ্গালি বা অচমিয়া লিখিবলৈ বা কবলৈ সিকিব? এতেকে দেসিবিলাকে গমি চাওক, ইয়াৰ পৰা নো অপকাৰ ন হৈ কিবা উপকাৰ হৈচে নে? আমাৰ দেসত সংস্ক্ৰিত পৰ্হাৰ নিয়মো সুন্দৰ ন হই । কিয়নো ১৪।১৫ বচৰ পৰ্জন্ত অন্য একো পুথি ন পৰ্হাকৈ অকল ব্যাকৰনকে পৰ্হিব লাগে । মন কৰা, জদি অকল এখন পৰ্হোঁতেই ইমান দিন গল, তেন্তে অঙ্ক, জ্যোতিস, ধৰ্মসাস্ত্ৰ, পুৰাব্ৰিত প্ৰভ্ৰিতিৰ নো ব্যুত্পন কেতিয়া হব । ব্যাকৰন অতি কঠিন পুথি, তাত একো ৰস নাই; এতেকে জদি ব্যাকৰনৰ লগে লগে অন্য অন্য গিয়ান বাৰ্হিব লগিয়া পুথি পৰ্হা জাই, তেন্তে ব্যাকৰনত জি সকল কথাৰ দ্ৰিষ্টান্ত আচে, তাৰো কথা সুন্দৰে বুজা জাই, আৰু নানা বিসয়ৰ গিয়ানো লভা জাই । আমাৰ দেসৰ দৰে বঙ্গাল দেসতো সংস্ক্ৰিত পৰ্হাৰ সুনিয়ম নাচিল, কিন্তু এতিয়া কলিকতাৰ সংস্ক্ৰিত পৰ্হা সালিত ওপৰে কোআ নিয়ম চলোআত আৰু পোনেই পৰ্হিবলৈ ধৰা লৰাবিলাকক সব্দ অথচ ব্যাকৰনৰ সকলো কথা থকা এনে সংখেপ ব্যাকৰন পৰ্হোআত থাকি চাতৰবিলাকৰ পখোৰৰ সুগম হৈচে । আৰু জি সংস্ক্ৰিতক কঠিন বুলি মানুহে ভয়তে ন পৰ্হিচিল, তাক এতিয়া আটায়ে পৰ্হিবলৈ জতন কৰিচে । আমাৰ দেসৰো পণ্ডিত সকলে সংস্ক্ৰিতক অৱহেলা ন কৰি সেই নিয়ম মতে পৰ্হালেই আমাৰ কোআ কথা জে ভাল, ইয়াক বুজিব পাৰিব । পৰ্হা আৰু পৰ্হোআৰ সুনিতি হলে সেই বিদ্যা আটায়ে আদৰ কৰি পৰ্হিব । এতিয়া অনেক ভাল লোকে লৰাবিলাকক সংস্ক্ৰিত পৰ্হিবলৈ নি দি অৰ্থোপাৰ্জনৰ নিমিত্তে অলপমান বঙ্গালিহে পৰ্হিবলৈ দিচে । আমাৰ দেসাধিকাৰেও সংস্ক্ৰিত বিদ্যাত বৰ উত্সাহ দিয়া নাই; তাৰ কাৰন এই, জে সংস্ক্ৰিত সিকিবৰ জন্যে আজিলৈকে একো সুনিয়ম হোআ নাই, জে অলপ কাল পৰ্হিলেই কিঞ্চিত ভাল ব্যুত্পত্তি লভিব পাৰি । সংস্ক্ৰিত বিদ্যাৰ আলোচনা ন হলে আমাৰ দেসৰ ভাসা ভাল কৰিবৰ

অন্য কোনো উপাই নাই। বঙ্গালি ভাসা এতিয়া এটা প্ৰাই ভাৰত বৰ্সৰ প্ৰধান ভাসা হৈছে। আৰু চালে ইয়াকো দেখা জাব, জে বঙ্গালিত প্ৰাই সংস্ক্ৰিত কথা মিহলি আৰু সেয়ে হোৱাতেইহে তাৰ ইমান গৌৰও হৈছে। অন্য কি কম? বিদেসি অচমিয়া মানুহেও তাক গৌৰও কৰিছে। অচমিয়া ভাসাও বঙ্গালিৰ নিচিনা সংস্ক্ৰিতৰ এটা চাল, আৰু এতিয়া জে ডেকা সকলে তাক বঙ্গালিতকৈ হিন বোলে, ই তেঁওবিলাকৰ ভ্ৰম মাত্ৰ। সংস্ক্ৰিত পঢ়ি আমাৰ ভাসা সুঅনি কৰিলে অচমিয়াও বঙ্গালিৰ নিচিনা হব, সন্দেহ নাই। এতেকে হে দেসি সকল, বিবেচনা কৰি আমাৰ দেসৰ ভাসা জাতে সুঅনি হই, এনে জতন কৰা; আৰু কোনোএ পুথি ৰচি দেসৰ উপকাৰ কৰিব খুজিলে, তাক সহাই দি দেসৰ উপকাৰ কৰিবলৈ ধৰা।

হাই হাই! আমি এতিয়া জি নিবেদন কৰিলোঁ, ইয়াক কেতিয়াও তেঁওবিলাকে ন সলাগে। জদি আমি অচমিয়া ভাসাৰ কথা ন কৈ বঙ্গালি ভাসাৰ কথা কলোঁহেঁতেন, অথবা ডেকা সকলক বঙ্গালি জাত্ৰা গান অথবা অন্য বেয়া অথচ আমাৰ দেসৰ লোক সকলে ভাল পোআ বঙ্গালি কৰম কৰিবলৈ জনালোঁহেঁতেন, তেঁওবিলাকে অৱস্যে কৰিলেহেঁতেন। জি অচমিয়া ডেকা সকলে আমাৰ দেসৰ সুৰিতি সকলকো এৰি বঙ্গালি কুৰিতি লৈছে, তেঁওবিলাকৰ আগত অচমিয়া ভাসা ইত্যাদিৰ কথা কোআ আমাৰ পথ্যে অনিয়াইহে হৈছে। কেই বচৰ মান হল, গুআহাটিলৈ এজোৰা বঙ্গালি জাত্ৰাৱালা গৈছিল, তাত বলোৰাম নামে এটা সুন্দৰ গিত পদ গাব পৰা লৰা আছিল। সেই জাত্ৰাৱালাইতে প্ৰাই চাৰি মাহ প্ৰতি সনিবাৰে আটাই অচমিয়া আৰু বঙ্গালি মানুহৰ ঘৰত জাত্ৰা কৰিছিল। সিহঁতে ইমানহে টকা পালে, জে এবাৰতিৰ টকা হলেই গিয়ান বাঢ়িব পৰা এখনি সুন্দৰ পুথি হলহেঁতেন। ডেকাবিলাকো সিহঁতৰ গানত এনে মত্ত হল, জে অনেকেই আপোনাৰ গাৰ কাপৰ, চোলা ইত্যাদি চেলাই দিছিল। সেই সমই জাৰ ঘৰত জাত্ৰা ন হৈছিল, আৰু জেয়ে গান সুনি টকা নি দিছিল, তাক ডেকা সকলে অসভ্য আৰু কিটহে বুলিছিল। কিন্তু ইয়াকো লিখা উচিত, জে জিবিলাকে কাপৰ চেলাই দিছিল, আৰু গান কৰাইছিল, তাৰ অনেকেই বঙ্গালি গিতৰ অৰ্থকো নু বুজিছিল। আৰু কেতবিলাক ডেকাই অচমিয়া লৰাকে বঙ্গালি গান সিকাই "সখৰ জাত্ৰা" নামে একো জোৰা জাত্ৰা সিকাই ধন নো লোআকৈ ভাল ভাল মানুহৰ ঘৰলৈ গৈ গিত গাইছিল। আৰু ইয়াকে কৰোঁতে তেঁওবিলাকৰ অনেক ধনো ভগন হৈছিল। তেঁওবিলাকে জেনেকৈ জাত্ৰা কৰিছিল, সেই দৰে জদি দেসৰ উপকাৰ হব পৰা সমাজ পাতিলেহেঁতেন, তেন্তে আমাৰ দেস ইমান দিনে ভাল হলহেঁতেন। জি ধন বঙ্গালি জাত্ৰাত ভগন কৰিছিল, সেই ধনেৰে জদি আমাৰ অচমিয়া ভাসা উচিত মতে কৰিলেহেঁতেন, তেও ভাসাৰ এক অঙ্গ প্ৰধান ভাল হলহেঁতেন। ডেকা সকলৰ কথা কি কম? কোনো কোনো সাধু সকলেও বঙ্গালি জাত্ৰাহে ভাল বুলি সুনে আৰু কৰাই। কোনো কোনো লোকে ইয়াকো কই, জে "অচমিয়া নো কিবা ভাসা নে? তাক সিকিলে নো আমাৰ কি হব? অচমিয়া কথা, ভাসা, ৰিতি, ধৰম, আচাৰ, বেৱহাৰ সকলো খনি বেয়া, কেৱল বঙ্গালিহে ভাল।"

হে পাঠক সকল, বিচাৰি চোআ! অচমিয়া সকলেই জদি এই ৰূপে অচমিয়াক বেয়া বুলিলে, আৰু অচমিয়া সকলেই জদি অচমিয়া কথাৰে চিঠি পত্ৰ নি লিখি বঙ্গালি ভাসাৰে লিখিবলৈ ধৰিলে, তেন্তে আমাৰ ভাসা নো কেনেকৈ ভাল হব? দেসৰ নো কেনেকৈ উপকাৰ হব? ভাসা ভাল ন হলে অন্য কোনো মতে দেসৰ উপকাৰ হব নোআৰে। কিয়নো ভাসাৰ লগে লগেহে দেসৰ সভ্যতা বাঢ়ে। এতেকে হে আমাৰ অচম দেসৰ ডেকা আৰু বৃধ লোক সকল, আমাৰ কথাক অনুগ্ৰহ কৰি গমি চাই জাতে দেসৰ উপকাৰ হই আৰু ভাসাও সুঅনি হই, তাকে জতন কৰা।

সন ১৮৫৪ সাল ৩০ জুন। গ.

## অচম ৰজাবিলাকৰ কপ ।

Coins of the Assamese Rajas.



Rupee of Brojonath Singh, A. D. 1817.

শ্ৰী শ্ৰী স্বৰ্গদেৱ শ্ৰী ব্ৰুজনাথ সিংহ নৃপস্য শাকে ১৭৩৯। শ্ৰী শ্ৰী ৰাধা ক্ৰিষ্ণ চৰন কমল মকৰন্দ মধুকৰস্য ।

ৰজা পুৰন্দৰ সিংহৰ নামেৰে মোহৰ নে মাৰিলে; তেঁওৰ দিনত বাপেক ব্ৰুজনাথৰ নামেৰে মাৰিলে ।



Half Rupee of Brojonath Singh.

শ্ৰী শ্ৰী ব্ৰুজনাথ সিংহ নৃপস্য । শ্ৰী শ্ৰী ৰাধা ক্ৰিষ্ণ পাদ পৰস্য ।



Quarter Rupee of Brojonath Singh, A. D. 1818.

শ্ৰী শ্ৰী ব্ৰুজনাথ সিংহ নৃপস্য শাকে ১৭৪০ ।



One Anna Coin of Brojonath Singh.

শ্ৰী ব্ৰুজনাথ সিংহ নৃপস্য ।



Half Anna Coin of Brojonath Singh.

শ্ৰী ব্ৰুজনাথস্য ।



Copper Coin of Brojonath Singh.

এই তামৰ পইচাত লিখিছে. শ্ৰী শ্ৰী ব্ৰুজনাথ সিংহ নৃপ কাৰিত পন মূল্য । অৰ্থাত শ্ৰী শ্ৰী ব্ৰুজনাথ সিংহ ৰজাই কৰা এপোনৰ মূল্য । সেই ৰজাই কৰি টকাৰ ৪ কাহনকৈ চলাইছিল ।



Rupee of Sondrokant Singh, struck A. D. 1819.

শ্ৰী শ্ৰী স্বৰ্গদেৱ শ্ৰী চন্দ্ৰকান্ত সিংহ নৰেন্দ্ৰস্য শাকে ১৭৪১ । শ্ৰী শ্ৰী হৰ গৌৰী চৰনাৰবিন্দ মকৰন্দ মধুকৰস্য ।



Quarter Rupee of Sondrokant Singh, A. D. 1820.

শ্ৰী শ্ৰী চন্দ্ৰকান্ত সিংহ নৰেন্দ্ৰস্য শাকে ১৭৪২ ।



One Anna Coin of Sondrokant Singh.

শ্ৰী চন্দ্ৰকান্ত সিংহ নৰেন্দ্ৰস্য ।



Half Anna Coin of Sondrokant Singh.

শ্ৰী চন্দ্ৰকান্তস্য ।



Rupee of Jugeswor Singh, A. D. 1821.

শ্ৰী শ্ৰী স্বৰ্গদেৱ শ্ৰী জোগেস্বৰ সিংহ নৃপস্য শাকে ১৭৪৩ । শ্ৰী শ্ৰী হৰ গৌৰি চৰন কমল মকৰন্দ মধুকৰস্য ।



Half Rupee of Jugeswor Singh.

শ্ৰী শ্ৰী জোগেস্বৰ সিংহ নৃপস্য । শ্ৰী শ্ৰী হৰ গৌৰি পাদ পৰস্য ।

## জাত্রিকৰ জাত্রা, ৮ আধ্যা ।

**The Pilgrim's Progress, Chapter 8.**

বিস্বাসি । বাৰু জদি তোমাৰ ইচা হই, তেন্তে ইস্বৰৰ অনুগ্রহ মানুহৰ মনত কি ৰুপে প্রকাস হই, তাৰ আন এটা নখ্যান দেখুউআ ।

কথকি । মই নোআৰোঁ; এই কথাত আমাৰ দুয়োৰো একে মতি হব নোআৰে, ইয়াক মই জানিচোঁ ।

বিস্বাসি । তুমি জদি দেখাবৰ ইচা ন কৰা, তেন্তে মোকে দেখুআবলৈ দিবা নে?

কথকি । তোমাৰ ইচা হলে দেখুআব পাৰা ।

বিস্বাসি । তেন্তে মই কওঁ, সুনা । জাৰ মনৰ ভিতৰত অনুগ্রহৰ কৰম ফল ধৰিচে, তালৈ নাইবা তাৰ ওচৰত থকা লোকলৈকে প্রকাস হব । বিসেসকৈ জাৰ মনত সেই কৰমৰ আৰম্ভন হৈচে, তালৈ এই ৰুপে প্রকাস হই; তাৰ দোআৰাই পাপ বিসম বুলি জানে, আৰু পাপৰ দোআৰাই আপোনাৰ স্বভাও অপবিত্র হোআ বুলি বুজে, আৰু ভক্তি হিন হোআই মহা পাপ, য়িচু খ্রিষ্টত বিস্বাসৰ দোআৰাই ইস্বৰৰ অনুগ্রহ নে পালে, নিচয়ে নৰকৰ দণ্ডৰ পাত্র হব, ইয়াকো বুজে । এনে গিয়ান উদই হলে, সেই মানুহৰ পাপত খেদ আৰু লাজো হই । তাত বাহিৰে য়িচু খ্রিষ্টই ত্রান কৰ্তা, আৰু তেঁওৰ আস্রই ন ললে আন কোনো উপাই নাই, সি ইয়াকো দেখে । এনে গিয়ানৰ উদই হোআৰ পাচে, সেই মানুহৰ খ্রিষ্টলৈ ভোক পিয়াহ লগে, আৰু সেই ৰুপ ভোক আৰু পিয়াহ লগা মানুহলৈ ইস্বৰৰ প্রতিগ্যা প্রকাস হৈচে । এতেকে ত্রান কৰ্তা প্রভুলৈ তাৰ জিমান ভক্তি বৰ্হা বা টুটা, সেই ৰুপে তাৰ আনন্দ আৰু সান্তনা, আৰু ধৰমলৈকো চেনেহ; আৰু সেই ৰুপে ত্রান কৰ্তালৈ গিয়ান বাৰ্হি তেঁওৰ সেৱা কৰাতে তাৰ ইচাও বাৰ্হি জাই । কিন্তু অনুগ্রহৰ কৰমে সেই মানুহত আপোনাকে এই ৰুপ দেখাই, মোৰ এই কথা সত্য হলেও তথাপি সেই মানুহে তাক সৰ্বতিকাল নিচই ৰুপে বুজিব পাৰে, এনে ন হই । কিয়নো এই জগতত থাকোঁতে তাৰ কুস্বভাও আৰু কুবুধি হোআৰ নিমিত্তে, সেই কথা নিচই কৰিবলৈ প্রায়ে অসমৰ্থ হই; এতেকে সেই কৰম জে কেৱল অনুগ্রহৰ পৰাহে হই, তাক নিচই কৰিবৰ নিমিত্তে তাৰ সজ বিবেচনা হোআৰ প্রয়োজন ।

জাৰ মনত অনুগ্রহৰ কৰম আৰম্ভন হৈচে, তাৰ ওচৰত থকা লোকলৈ সেই কৰম এই ৰুপে প্রকাস হই প্রথমে সেই মানুহে মন দি খ্রিষ্টত বিস্বাস কৰে, আৰু লোকৰ আগতো আপোনাৰ মুখে তাক সৈ কাৰ্হে । দুতিয়, এই ৰুপে স্বিকাৰ কৰাৰ দৰেই সজ আচৰন । অৰ্থাত পবিত্র কৰম প্রবৰ্তা, পবিত্র চিত হোআ, পৰিয়াল থাকিলে সিইঁতৰ আগত পবিত্র ধৰম আচৰা, আৰু জগতৰ লোকৰ মাজত পবিত্র কথোপকথন, এই সকলোৰে দোআৰাই সেই কৰম প্রকাস হই । আপোন মনেৰে পাপক ঘিন কৰিবলৈ, আৰু পাপৰ নিমিত্তে আপোনাকো ঘিন কৰিবলৈ, পৰিয়ালৰ মাজত পাপ দমন কৰিবলৈ, আৰু জগতৰ মাজত ধৰম ব্রিধি কৰাবলৈ সেই অনুগ্রহে তাক সিকাই; কপটিয়া আৰু চতুৰালি কথকিৰ দৰে কেৱল কথাৰেই ধৰম আচৰিবলৈ সিকাইচে, এনে ন হই, কিন্তু ইস্বৰৰ বাক্যৰ পৰাক্রমত ভক্তি ৰাখি আৰু প্রেমেৰে ইস্বৰৰ বসবৰ্তি হৈহে ধৰম আচৰিবলৈ সিকাইচে । এই হেতুকে মানুহৰ মনত অনুগ্রহৰ কৰম কি ৰুপে আৰম্ভন হই, পাচে জিহৰ দোআৰাই প্রকাস হই, তাৰ অৰ্থে মই জি কথা সংখেপে কলোঁ, তাৰ বিৰোধে জদি তোমাৰ কোনো কথা আচে, তেন্তে কোআ । আৰু জদি নাই, তেনে হলে মোকে আন এক প্রস্ন কৰিবলৈ অনুমতি দিয়া ।

কথকি । মোৰ একো বিৰোধ কথা নাই, এতিয়া তোমাৰ কথা সুনিবলৈহে মোৰ কাম । এই হেতুকে তুমি দুতিয় প্রস্ন কৰা ।

বিস্বাসি । তেন্তে মই তোমাত সোধোঁ, প্রথমে জি নখ্যান দিচিলোঁ, তোমাৰ মনত জাৰ

প্ৰমান হৈছে নে, নাই হোআ? তোমাৰ আচৰন আৰু কথোপকথনেই সেই কথাত প্ৰমান দিছে নে? নাইবা তোমাৰ ধৰমে আচৰন আৰু সত্যাত নে থাকি, কেৱল কথাতেহে থাকে? ইয়াত জদি তুমি মোক উত্তৰ দিয়া, তেন্তে মিনতি কৰিচোঁ, ইস্বৰে জিহুকে আমেন স্বৰুপ বুলিব, আৰু জি কথাতে তোমাৰ মনেও তোমাক নিৰ্দুসি কৰিব, তাত বাজে আন একো কথা ন কবা । কিয়নো জি জনে আপোনাকে প্ৰসংসা কৰে, সি গ্ৰাহ্য ন হই, কিন্তু প্ৰভুএ জি জনক প্ৰসংসা কৰে, সেয়ে গ্ৰাহ্য হই । তাত বাহিৰে, মই এই ৰুপ বা সেই ৰুপ মানুহ বুলি জদি কঁও, আৰু সেই কালে মোৰ কথা বাত্ৰা আৰু ওচৰ চুবুৰিয়া লোকেও মোক মিচলিয়া বুলি প্ৰমান দিছে, তেন্তে সেই কথা বৰ পাপ হই ।

এই কথা সুনি কথকিএ লাজেৰে মুখ কলা পৰিবলৈ ধৰিলে, কিন্তু অলপৰ পাচে থিৰ হৈ বিস্বাসিক সমিধান দি কলে, তুমি এতিয়া ধৰমত আচৰন, আৰু মনৰ দোসাদোস গিয়ান, আৰু ইস্বৰৰ বিসয়ে কথা কবলৈ ধৰিচা; আৰু জি কথা কোআ জাই তাত ইস্বৰক সাখি কৰিচা; এই ৰুপ কথা তোমাৰ পৰা সুনিম বুলি মোৰ মনত নাই কিচিল, আৰু এনেকুআ প্ৰস্নৰ উত্তৰ দিবলৈকো মোৰ ইচা নাই । তুমি আপোনাকে মোৰ উপদেসক নে পাতিলে, তেন্তে সেই কথাত মোৰ উত্তৰ দিবলৈ প্ৰয়োজন নাই; জদি আপোনাকে মোৰ উপদেসক বুলি ভাবা, তথাপি তোমাক মোৰ সোধ কৰ্ত্তা পাতিবলৈ মই অমান্তি হব পাৰোঁ । কিন্তু মিনতি কৰি তোমাত এটা কথা সোধোঁ, কি কাৰনে এনে আগত এনে প্ৰস্ন কৰিচা?

বিস্বাসি । তুমি অতি চতুৰ, আৰু কথাৰ বাহিৰে তোমাৰ আন একো সাৰ আছে নে, তাক বুজিব নোআৰিলোঁ, এই কাৰনে মই এনে প্ৰস্ন কৰিলোঁ । তাত বাহিৰে তোমাক সকলোকে স্বৰুপকৈ কম, তোমাৰ ধৰম অকল কথাইহে, আৰু তোমাৰ কথাতেই তোমাৰ ধৰমৰ প্ৰতিগ্যা মিচা হই, ইয়াকে মই আন মানুহৰ মুখে সুনিচোঁ । লোকে বোলে, তুমি খ্ৰিস্টিয়ানবিলাকৰ মাজত চেকা স্বৰুপ, আৰু তোমাৰ কুবেৱহাৰৰ দোআৰাই ধৰমৰ মহিমাৰ হানি হৈছে; আৰু তোমাৰ কুচিত আচৰনতে অনেকে জুটি খাই পৰিল, আৰু আন আনবিলাকো প্ৰান নষ্ট হোআৰ সঙ্কটত পৰিছে । আৰু মদৰ ঘৰ, লোভ, বিবিচাৰ কৰম, সপত খোআ, মিচা কথা, দুষ্টালিৰ লগত আলাপ এই সকলোৰে সৈতে তোমাৰ ধৰম মিলিচে । বেস্যাৰ অৰ্থে জি উপকথা কই, সেয়ে তোমাত স্বৰুপকৈ ঘটিচে; কিয়নো বেস্যা তিৰি জেনেকৈ সান্তি তিৰি বিলাকৰ লাজৰ চাই হই, তেনেকৈ তুমিও সকলো ধৰমি লোকৰ লাজৰ বিসই হৈচা ।

কথকি । মানুহে কোআ কুই কৰা কথা তুমি এইমান বেগাই স্বৰুপ বুলি গ্ৰহন কৰি লোকক জে দুসি কৰিচা, তাতে তুমি খঙ্গাল, অসন্তুসিয়া, আৰু আলাপ কৰাৰ অজোগ্য, ইয়াক নিচই জানিচোঁ । এই হেতুকে এতিয়া মই বিদাই হলোঁ ।

এই ৰুপে কথকি বিদাই হোঅৰ পাচত খ্ৰিস্টিয়ান বিস্বাসিৰ ওচৰলৈ আহি তেঁওত কলে, দেখা, জি ঘটিব, তাক মই কৈচিলোঁ; তোমাৰ কথা আৰু তাৰ লোভ, দুয়োৰো কেতিয়াও মিল হব নোআৰে; সি তোমাৰ লগ এৰিব পাৰে, তথাপি আপোনাৰ কুকৰম এৰিব নোআৰে । কিন্তু মই কোআৰ দৰেই সি গল । বাৰু জাওক, সি আন মানুহৰ হানি ন কৰি, কেৱল আপোনাৰহে হানি কৰিলে; সি আমাক এৰি জোআত আমি তাকে এৰিব লগিয়া দুখ গুচালে; কিয়নো সি জেনে মানুহ হৈছে, সেই ৰুপ হৈএই থাকিব, ইয়াক মই জানিচোঁ; আমাৰ লগত থকা হলে আমাৰ লাজ মাথোন হলহৈতেন । আৰু পৌলেও কৈছে, এনে মানুহৰ পৰা পৃথক হোআ ।

বিস্বাসি । তথাপি তাৰে সৈতে কিচু কথা বাত্ৰা হোআত মোৰ সন্তোস হৈছে, কিয়নো সি পাচেকৈ এই কথা চিন্তিব পাৰে; কিন্তু জি কি হওক, মই তাৰে সৈতে স্বৰুপ কথা প্ৰকাস

ৰূপে কলোঁ; পাচে জদি তাৰ সৰ্ব্বনাস ঘটে, তেও মই নিচয়ে নিৰ্দ্দুসি হম।

খ্রিষ্টিয়ান। হই, তুমি তাৰ আগত এই ৰূপে কথা কোৱাত ভাল কৰিলা, কিয়নো এতিয়াৰ লোকৰ মাজত কোনোএ সৈতে প্ৰকাস ৰূপে কথা বাত্ৰা কোৱা এনে এটি মানুহকো পাবলৈ টান। এই কাৰনে অনেক লোকৰ নাকত ধৰম গোন্ধাইচে; কিয়নো জি অগিয়ানিবোৰে কথাত বাজে একো ধৰম নে জানে, আৰু দুষ্টালি কুচিত আচাৰত প্ৰবৰ্ত্তে, এনে বাভুল চতুৰালিবিলাক ধৰমি লোকবিলাকৰ মাজত লেখ হোৱাত জগতৰ লোকৰ ভ্ৰুম জন্মাই, খ্রিষ্টিয়ান ধৰমৰ বদ নাম কৰাই, আৰু সত্ত কৰম কৰাবিলাকৰ মনৰ দুখ বঢ়াই। তুমি জেনেকৈ কথকিৰ আগত সত্য কথা হলা, তেনেকৈ সকলোএ জেন আনে সৈতে কই, এয়ে মোৰ বাঞ্চা; কিয়নো তেনে কৰিলে সিইঁতে ধৰমিৰ লগত আলাপ কৰিবলৈ জুগুত কৰা হব, নতুবা ধৰমি লোকৰ আলাপ সহিবলৈ সিইঁত সমৰ্থ ন হব। তেতিয়া খ্রিষ্টিয়ানে গান কৰি বুলিলে।

বাগ্‌চতুৰ কথকি আহে,
দেখা, কেনে জন!
নিচান তুলি সৰ্ব্ব সাহে
লোকক কৰে বস।
কিন্তু বিস্বাসিএ মনৰ
কথা মাত্ৰ কই,
তাতে সেই কপটি জনৰ
মুখ নিসবদ হই।
পূৰ্ন চন্দ্ৰৰ কলা জেনে,
ক্ৰমে হৈচে খই,
চতুৰালি ভকত তেনে,
সেসত লাজ ভুঞ্জই।

পাচে খ্রিষ্টিয়ান আৰু বিস্বাসি দুয়ো কথোপকথন কৰি কৰি সুচল জাত্ৰা কৰিবলৈ পালে। কথা বাত্ৰা নো হোৱা হলে, সিবিলাকৰ বৰ কষ্ট হলহেঁতেন, কিয়নো এতিয়া সিবিলাকৰ বাট অগাধ অৰন্যৰ মাজে দি গৈচিল। ।

## আপোন পেটিয়াৰ ফল।

**The Hen and her Chickens.**

এক ৰাতি পুআ এজনি কুকুৰা গঁৰালৰ পৰা ওলাই আপোনাৰ পোৱালিবোৰত কলে, হে মোৰ লৰাটিইঁত, এতিয়া আমি বাহিৰলৈ ওলাইচোঁ, তাৰু তইঁতৰ নিমিতে মই ওবে দিনটো টোপ বিচাৰিম আৰু তইঁতেও আপোনাৰ নিমিতে বিচাৰিবি। জদি কোনোটে পা, তেতিয়া আন ভাই ভনিকো দি বাঁটি খাবি, কোনো আপোন পেটা ন হবি, আৰু কোনেও ভাই ভনিবোৰক এৰি আঁতৰি নে জাবি। আমাৰ জাতিৰ এটা বৰ সত্ৰু আচে, সেয়ে চিলনি। সি গচৰ ডালত লুকি চাই থাকে, আৰু জেতিয়া কোনো এটি কুকুৰা পোৱালিক আঁতৰি জোৱা দেখে, তেতিয়া সি একে বাৰে থাপ মাৰি নি, জিয়াই জিয়াই তাৰ চোকা ঠোঁটেৰে চিৰি খাব। এই ৰূপে মাকৰ কথা সুনি, সকলো পোৱালিবোৰে কিউ, কিউ, কৰি সলাগিব ধৰিলে।

এই ৰূপে মাকৰ কথা সুনি পোৱালিবোৰে ভালে বেলি টোপ বিচাৰি খাই খাই আচিল পাচত সিইঁতৰ এটা লুভিয়া ভায়েকে এটা ডাঙ্গৰ পোক পাই মই আপুনি ইয়াক পেট ভৰাই খাম বুলি এজোপা গচৰ তললৈ লৈ গল; আৰু কোনোএ দেখি খেদি আহে বুলি সি পাৰে মানে সত্ত ঠেঙ্গেৰে লৰ ধৰি গচৰ তল পালে। তাতে সন্তোস মনেৰে পেট ভৰাম বুলি ভাবি, লাহে লাহে পোকটো সত্ত ঠোটেৰে চিঙ্গি চিঙ্গি খাই আচিল। এনেতে ওচৰৰ গচত পৰি থকা চিলনিএ লুপি চাই দেখি, একে বাৰে থাপ মাৰি সেই সত্ত পোৱালিটক আকাসৰ মাজে দি লৈ গল। তাতে পোৱালিৰ বৰ ভই পাই, আই মোক নিলে, আই মোক নিলে, এই বুলি এঁটাহ পাৰি কঁওতে মাকে সুঁনিলে, আৰু ওপৰলৈ চাই এয়ে মোৰ লৰাৰ মাত বুলি বুজি মনত বৰ দুখ পালে। কিন্তু তেতিয়া তাক ৰাখিবলৈ কি উপাই আচে? এই ৰূপে মাকে কান্দি কান্দি আৰুও তাইৰ পোৱালিবোৰত কলে, দেখা, আপোন পেটিয়াৰ

ফল তেনে ; কিন্তু মোৰ লৰাইত, এতিয়া তইতে মোৰ কথা সুনিবি, তাতে তইতৰ ৰখ্যা হব ।

এই ৰূপে প্ৰতি জন আপোন পেটিয়া লৰা চোআলিৰ সেসলৈ এনে গতি হব । এই কাৰনে পিত্ৰি মাত্ৰিৰ কথা সুনিবা, আৰু আপোন পেটা ন হবা । ন. ল. ফ.

---

জি হাবিত সুগন্ধি এজোপা ভাল গচ ভালকৈ ফুলে, সি সেই গোটেই খন হাবি সুস্থান কৰে; সেই ৰূপে ভাল লৰাটি হলে আপোনাৰ গোটেই বংসক প্ৰকাস কৰে ।

পচা কাঠৰ খোৰোঙ্গত থকা জুইৰ ফিৰিঙ্গটিএ গোটেই খন হাবি পোৰে, সেই দৰে এটা বেয়া লৰা হলে তাৰ বংসৰ সকলোকে নষ্ট কৰে ।

জাৰ বিদ্যা নাই, সি ভাল মানুহৰ ঘৰৰ লৰা হলেও তাৰে একো কৰিব নোআৰে; কিন্তু জি জন বিদ্যাৱন্ত মানুহ, সি সামান্য মানুহ হলেও সকলোৰে আদৰ পাই ।



ক্ৰৌঞ্চ পখিৰ নকচা ।

## নৱেম্বৰ, অৰ্থাত আঘোনৰ পঞ্জিকা ।

Almanac for November, A. D. 1854. Asam Era, 1776.

| নৱেম্বৰ | কাতি | বাৰ | তিথি | দিনমান | নৱেম্বৰ | আঘোন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৪ | ১১ | ১১।০ | ১৬ | ২ | ৫ | ২৬ | ১০।৪০ |
| ২ | ১৮ | ৫ | ১৩ | ১০।৫৯ | ১৭ | ৩ | ৬ | ২৭ | ১০।৩৯ |
| ৩ | ১৯ | ৬ | ১৪ | ১০।৫৮ | ১৮ | ৪ | ৭ | ২৮ | ১০।৩৮ |
| ৪ | ২০ | ৭ | ১৫ | ১০।৫৬ | | | | | |
| | | | | | ১৯ | ৫ | ১ | ২৯ | ১০।৩৬ |
| ৫ | ২১ | ১ | ১৬ | ১০।৫৫ | ২০ | ৬ | ২ | ৩০ | ১০।৩৫ |
| ৬ | ২২ | ২ | ১৭ | ১০।৫৪ | ২১ | ৭ | ৩ | ১ | ১০।৩৪ |
| ৭ | ২৩ | ৩ | ১৮ | ১০।৫২ | ২২ | ৮ | ৪ | ২ | ১০।৩৩ |
| ৮ | ২৪ | ৪ | ১৯ | ১০।৫০ | ২৩ | ৯ | ৫ | ৩ | ১০।৩২ |
| ৯ | ২৫ | ৫ | ১৯ | ১০।৪৮ | ২৪ | ১০ | ৬ | ৪ | ১০।৩২ |
| ১০ | ২৬ | ৬ | ২০ | ১০।৪৭ | ২৫ | ১১ | ৭ | ৬ | ১০।৩১ |
| ১১ | ২৭ | ৭ | ২১ | ১০।৪৬ | | | | | |
| | | | | | ২৬ | ১২ | ১ | ৭ | ১০।৩০ |
| ১২ | ২৮ | ১ | ২২ | ১০।৪৪ | ২৭ | ১৩ | ২ | ৮ | ১০।২৯ |
| ১৩ | ২৯ | ২ | ২৩ | ১০।৪৩ | ২৮ | ১৪ | ৩ | ৯ | ১০।২৮ |
| ১৪ | ৩০ | ৩ | ২৪ | ১০।৪২ | ২৯ | ১৫ | ৪ | ১০ | ১০।২৭ |
| ১৫ | ১ | ৪ | ২৫ | ১০।৪১ | ৩০ | ১৬ | ৫ | ১১ | ১০।২৬ |

## অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত ।

Receipts for the Orunudoi—Gowahati.

CAPT. R. CAMPBELL, 1854 10 Rs.
J. N. MARTIN, ESQ. 1853-54 2 Rs.
শ্ৰী গবিন্দৰাম সৰ্মা সভা পণ্ডিত, ৪ মাহ ৵৪
শ্ৰী বিষ্ণু দত্ত সৰ্মা পণ্ডিত, ৪ মাহ ৵৪

Receipts for the Orunudoi—Sibsagor.

শ্ৰীজুত বাবু দুতিৰাম বৰ ভণ্ডাৰ বৰুআ চিৰস্তাদাৰ, ১৮৫৪ ১৲
শ্ৰীজুত হৰকান্ত গগৈ নাজিৰ, ১৮৫৪ ১৲
শ্ৰীজুত ধৰ্মেশ্বৰ নাজিৰ, ১৮৫৪ ১৲
শ্ৰী পৰমানন্দ ইস্কুল বাবু, ১৮৫৪ ১৲

Receipts for the Orunudoi—Nowgong.

শ্ৰী জনাৰ্দ্দন ভুঁয়া পেস্কাৰ, ১৮৫৩ ১৲
শ্ৰী বিকাৰাম ঘাঁহি পণ্ডিত, ১৮৫৪ ১৲

---

THE ORUNUDOI,
A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. BROWN, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*

# অৰুনোদই

৯ বচৰ। মোং সিৱসাগৰ, নবেম্বৰ, ১৮৫৪। নম্বৰ ১১।

VOL. IX. SIBSAGOR: NOVEMBER, 1854. NO. 11.


## অনেক দেসৰ সম্বাদ।

**The Russian War.**

আলণ্ড নামেৰে বলতিক সমূদ্রুত ২৮০ মাজুলি আচে। কিন্তু চাৰি কুৰিত মাধোন মানুহ পোআ জাই। ২০০ হলে সৰু আৰু সুন্য; সেই আলণ্ডৰ এক মাজুলিত বোমর্চণ্ড নগৰৰ কোঁঠ আচে। ৮ আগষ্ট তাৰিখত ইংৰাজি আৰু ফ্রাঞ্চি ৩০০০ সেনাই জাহাজৰ পৰা বামত উঠি বোমর্চণ্ডত জুধ কৰিবলৈ ধৰিলে। ১৬ আগষ্টত সেই কোঁঠ ললে, আৰু ৰুচিয়াৰ ২০০০ সেনা বন্দিয়াৰ হবলৈ সৰনাগত হল।

**Operations on the White and Black Seas.**

হিম সাগৰৰ দাঁতিত থকা ৰুচিয়াৰ কেতথনি গাঁও আৰু নগৰ ইংৰাজি জাহাজৰ দোআৰাই নষ্ট কৰা হল।

বিলাক সমূদ্রুত এখান ৰুচিয়া জাহাজে তিনি খন তুৰকি জাহাজক কাঢ়ি ললে।

**Death of the King of Saxony.**

চাকচানি দেসৰ ৰজা ৰথত জাঁওতে মুন্সিক নগৰৰ ওচৰত ৰথ খন লুটি খালে; আৰু এটা ঘোঁৰাই ৰজাক লাথি মৰাত অলপৰ পাচে ৰজা মৰিল।

**The Revolution in Spain.**

ইস্পানিয়া মহা ৰানিৰ অহিতে জি বনুআবিলাকে দ্রোহ পাতিলে, সিবিলাকে পৰাজই কৰাত মহা ৰানিএ সিবিলাকৰ সকলো কথা সুনি প্রধান দ্রোহিয়াবিলাকক ৰাজ মন্ত্রি সেনাপতি আদি কৰি সকলো ভাল ভাল ৰাব দিলে।

**Burning of Greytown.**

আমেৰিকা দেসৰ দখিন ফালে থকা গ্রেতাওন নামে এক নগৰৰ মানুহে কোনোবা জগৰ কৰাত এজন আমেৰিকান কাপ্তান চাহাবে বম গোলাৰে গুলিয়াই গোটেই খন নগৰ নষ্ট কৰি পুৰি পেলালে।

**Murder of a Woman.**

আহোম গাঁও মৌজাৰ দুৰ্গা কলিতাৰ ঘৰৰ চুবুৰিতে এটা চেকেৰি ঠাকুৰ বা জগতা কোঁচ নামেৰে মানুহ আচিল: সেই ঠাকুৰেই দুৰ্গা কলিতাৰ জিএক ৰাবৰিক খোজাত, বাপেক মাকেও দিম বুলিচিল। পাচে কোনো কথাৰ পৰা দুৰ্গাই ঠাকুৰক চোআলি নি দিঁও বুলিলত, সেই বেজাৰতে ঠাকুৰে অনেক মানুহৰ আগত দুৰ্গাকে বা তাৰ জিএককে কাটিম বুলি ভাবি দি, ১৯ আগষ্ট তাৰিখে ৰাতি ঠাকুৰ পদুৰ্ম কলিতাৰ ঘৰলৈ গৈ কানি পান খাই পৰ্মুত কলে, বোলে, আজি দুৰ্গাকে বা তাৰ জিএককে কাটিম। পাচে তাৰ পৰা ঠাকুৰে হাতত মিত দা লৈ, ওলাই আহি দুৰ্গাৰ ঘৰলৈ গৈ ভিতৰলৈ সোমাবৰ নিমিত্তে সিন্ধি খানিলে; তথাপি সিন্ধিএ সোমাব নোআৰি মাৰল ঘৰৰ দুআৰ ভাঙ্গ কাটি ৬ ভাঁৰ মান নিসা থকাত ভিতৰলৈ সোমাই মাৰল ঘৰতে সুই থকা দুৰ্গাৰ জিএক ২২ বচৰ বয়সিয়া ৰাবৰিক মিত দাৰে সোঁ বাবিচনিত একোৰ ডিঙ্গিত একোৰ কাটি বধিলে। তাৰে গম পাই ৰাবৰিৰ মাক সুকুৰি খেদি অহাত তাইৰো মুৰত একোৰ, সোঁ

কবজৰত একোৰ সেই মিত দাবেই মাৰি, তাৰ পৰা চাকুৰ পলাই আৰুও সেই পৰ্ব্বৰ ঘৰতে সোমালগৈ । তাতে তিন দিন থাকি পৰ্ব্বৰ বুধি লৈ তাৰ পৰা ৰাতি পলাই নগা পৰ্বত উঠিচিলগৈ; পাচে নগা আৰু নগা কটকিএ ধৰি আনি জিলা গোলাঘাটত দিয়াত তাৰ পৰা সিৱসাগৰ জিলালৈ পঠাইচে; আৰু শ্ৰীযুত বিচাৰ পতিএ তাৰ এতিয়া সোধ পোচ কৰিচে ।

**Insane man killed at Hatimuria.**

গল চত মাহত হাতি মুৰিয়া মৌজাৰ মলৌ ৰৰাৰ পুত্ৰ ভকলি বলিয়া হৈ হেৰোআত মৌজাদাৰে হজুৰত জনোআত থানাৰ টেকেলাই বিচাৰি নে পালে । পাচে সেই চত মাহতে দেঁওধাই গাঁৱৰ লোকজন নামেৰে এটাৰ ঘৰলৈ ৰাতি ১ পৰ মানত গৈ লোকজনৰ ঘৈনিএকৰ হাতত ভকলিএ ধৰাত তাই চিঞৰ মৰাত লোকজনে বৰ টাঙ্গোন এডালেৰে মাৰ মাৰি ভকলিক মাৰিলে; পাচে মুৰটো কাটি হাবিত খৈ গাৰিটো পুতি থলে । পাচে কুকুৰে মুৰ, হাৰ আটাইবোৰ আনি লোকজনৰ ঘৰত বাৰিত পেলোআত, আৰুও মুৰটো পুতি থৈ, হাৰবিলাক জুই দি পুৰিলে; নো পোৰাবোৰ পটাত থুন্দি পানিত পেলাই দিলে, এতিয়া থানা ৰঙ্গপুৰৰ শ্ৰী দুৰ্গাৰাম জমাদাৰ গৈ অনেক ৰুপে বিচাৰ কৰাত সকলো কথা ওলাল; আৰু লোকজনে তাৰ তায়েক বিকাই কবুল কৰিলে । তাতে জমাদাৰে দুইকো আৰু পুতি থোআ মুৰটো মৰা টাঙ্গোন ডাল হাজিৰ কৰিলত দাৰোগাই অপৰাধি বুলি হজুৰলৈ পঠিয়াই দিচে ।

**Murder at Jaipur.**

জইপুৰৰ মচলমানৰ পটিৰ পাহ নামে এজনি তিৰোতাই তাৰে কুমলি নামে এজনি তিৰোতাৰ পৰা আঠৈ টকা তেল ধাৰে নিচিল, পাচে কুমলিএ তেল খোজাত পাহে নি দিয়াত ২ চেপ্তেম্বৰ তাৰিখে ৯ বজাৰ সময় সেই তেলৰে পৰা দুইৰো দন্দ লাগিলত, পাহে কুমলিৰ ঘৰলৈ খেদি গৈ কুমলিৰ চুলিত ধৰি মাৰোঁতেই পাহৰ পুতেক মহৰচা গৈ কুমলিৰ বুকত গোৰ, ভুকু অনেক খনি মাৰিলে; ৰাতি ১০ বজাত সেই দুখতে কুমলি মিত্যু হল ।

**Channel of the Brahmaputra.**

৩০ ভাদৰ পৰা ১৬ আহিন পৰ্য্যন্ত ব্ৰহ্মপুত্ৰ নদিএ সালমৰাৰ চিনাতলি গাঁও বহুত খহালে, মাত্ৰ মানুহ ন মৰিল আন্দাজ ১০।১২ পুৰা মাটি একে আহিনতে খহাই নিলে; এই দৰে খহাই নিয়া হলে মাজুলি নে থাকেই, এতিয়া খহাবলৈ এৰিচে ।

**Plantain Tree with double Stalk.**

জোৰহাট মোকামৰ চাৰি গাঁৱৰ মানুহ এঘৰৰ বাৰিত তিম কল এজোপাই ২ থোকা কল মেলিচে ।

**Large Snake killed.**

৪ কাৰ্ত্তিক তাৰিখে সিৱসাগৰ জিলাৰ পাচসালা ঘৰৰ মুখতে বৰ সাপ এটাই বামুন ভেকোলা এটা ধৰিচিল, পাচে সাপটো মাৰিলে । দিঘলে ৫ হাত, মেৰে এক হাত, নেগুৰ থুঁৰা । মৰা সাপটো নি দেৱানি সিৰস্তাদাৰৰ ঘৰৰ আগতে থলে; সকলো বাটৰুআ মানুহে দেখি বিস্ময় হল ।

**The great Pipe-fish, or Sea-horse.**



এই বৰ আচৰিত মাচ সাগৰত থাকে । তাৰ মুৰ প্ৰাই ঘোঁৰাৰ নিচিনা, এই হেতুকে পানি ঘোঁৰা বোলে, কিন্তু এই মাচ ডাঙ্গৰ ন হই; পোকৰ নিচিনাকৈ কেৰ মেৰাই । মতাবিলাকৰ নেগুৰৰ তলত মোনা থাকে, মাইকিএ জি কনি পাৰে সেইবোৰক তাতে সুমাই থই, ক্ৰমে পোআলি জগি ডাঙ্গৰ ন হই মানে তাতে থাকে । মোনাৰ পৰা পোআলিক জোকাৰিলে সি পানিত একে ঠাইতে থাকে; পাচে বাপেক ওচৰলৈ আহিলে আৰুও সোমাই জাই ।

Fire at Gowahati.

জুলাই মাহৰ ২১ দিন জোআত মুকুৰ বাৰৰ ৰাতি ১১ বজাত গুআহাটি নগৰৰ বৰ থানাৰ ওচৰৰ কেঁয়া পটিৰ ভিমৰাজ আগোআলা নামে এজন কেঁয়াৰ ৰান্ধনি ঘৰত থকা জুই অকস্মাত বেৰত লাগি কেঁয়া আৰু কাসি বজাৰৰ দোকানিবিলাকৰ মুঠে ১৩৬ ঘৰ আৰু সোন, ৰুপ, তাম, পিতল, কাঁহ, চাউল, ঘিঁউ, মাহ, তেল, মিঠৈ, গোমধান, থপাত, লো, লা, আদি কৰি অনুমানে ৪০,০০০ হেজাৰ মান ৰুপৰ বস্তু পুৰি নষ্ট হৈছে। পুনৰাই সেই ঘৰবোৰ নকৈ সজাত প্ৰাই ৪০০০ হেজাৰ মান ৰুপ লাগিব। কিন্তু বহু দিনৰ পৰা এই নগৰত এনেকৈ জুই লাগি ইমান ঘৰ বস্তু পোৰা দেখা নাই কিয়া।

Fire at Sibsagor.

২১ অক্টোবৰ সনি বাৰত সিবসাগৰ জিলাৰ কেঁয়া পটিত ৰাতি দিপনিতাৰ অনেক চাকি লগাই ৰঙ্গ তামচা কৰিছিল। পাচে ৰাতি দুই বজাত সেই চাকিৰে জুই কেনেবাকৈ প্ৰথমে হুনত ৰাম কেঁয়াৰ গোলাত লাগি, সেই পটিৰ বাৰেটা গোলা ঘৰ পুৰিলে। মাহ, চাউল, গুৰ, কপাহ, আদি অনেক বস্তু হানি ৫,০০০ মান টকাৰ হল।



## পৰ্ব্বতিয়া চাগৰ বিবৰন।

The Ibex, or Mountain Goat.

পৰ্ব্বতত থকা এবিধ চাগলিৰ নকচা ওপৰত লিখা আছে। আল্প, তাৰ্পেনাইন, পিৰিনি আৰু তৈৰল পৰ্ব্বত তাৰ নিবাসি ঠাই হৈছে। তাৰ সিঙ্গ কেতিয়াবা কেতিয়াবা ২ হাত দিঘল হই। নিচেই ওখ সিলনিত সি দিনতে থাকি, ৰাতি হলে তৈয়াম আৰু গচনিত চৰিবলৈ নামি আহে। তাক ধৰিবলৈ টান। এটা মতাই কেইবাটাও মাইকি পোআলিএ

নৈতে ভাকত ফুৰে; সিইতৰ এটাই সক্ৰ অহা চাই থাকে, কোনোক দেখিলে মুহুৰিউআৰ নিচিনাকৈ সবদ কৰে, তাতে গোটেই ভাকে লাফ মাৰি আটাইতকৈ ওখ টিঙ্গলৈকে দৰি আই। চিকাৰ কৰা মানুহে বৰ সুমেৰে সিইতক গুলিয়ার পাৰে; আৰু কোনো কোনো মতা চাগে ওচৰলৈ আহি চল পালে সক্ৰক একে বেলিএ সিলৰ ওপৰৰ পৰা সিঙ্গেৰে খুন্দি তললৈ পঠাই মাৰে।

পাৰচি দেসতো ইয়াৰ নিচিনা এবিধ জন্তু আছে, তাক পাচেঙ্গ বোলে। হিন্দুস্থানৰ পৰ্বতিয়া দেসত প্ৰাই তাৰ নিচিনা এবিধ দুবিধ জন্তু আছে। I

## ভক্তিৰ আনন্দ।

O: how happy are they.

কেনে আনন্দিত সি,
জি প্ৰভুত ধাটনি,
ওপৰে সাঁচিলে সকল ধন।
কৰলৈ সাধ্য নাই,
কুসল জুক্ত জি পাই,
আদিতে প্ৰেমে দুৰৈ মন।

সেয়ে সুখ মোক ফুৰাই,
জেতিয়া দায়াৰ উপাই
প্ৰভুৰ তেজতে পাই মোৰো মন।
খ্ৰিষ্টত লনত আস্ৰুই,
এনেই গুচে মোৰ ভই,
কৰিলো জই জুক্ত আচৰন।

স্বৰ্গ প্ৰিথিবিত হই
জনাত ত্ৰান কৰ্ত্তাস্ৰুই,
মই উবুৰি হৈ তেঁওৰ চৰনত।
অদ্ভুত প্ৰেম দি জনাই
প্ৰেমৰত্নক ভজাই,
তাতকৈ কি কৰিব স্বৰ্গিয় দুত?

ওৰে দিন য়িচুৰ নাম
মোৰো সুখ আৰু প্ৰেম,
তেঁওৰ দায়া সকলোএ জানোক।
প্ৰভুৰ প্ৰেম মানোঁ মই,
জি দুখে অতিসই
উধাৰিলে এনেই দুসি মোক।

প্ৰিতিৰ পাখিত য়িচু
নিলে ওপৰ স্থানো,
পাপ পৰিখা দুখো বাহিৰে।
তাত ন কৰোঁ স্বিকাৰ,
জে হৈ মোৰ পৰিখা
তেঁওকে পুনৰাই দিম বেজাৰে। D.

## দণ্ডৰ ভয়ত প্ৰাৰ্থনা।

Lo! on a narrow neck of Land.

এক ভোখৰ মাটি ঠেক আছে,
মাজত থাকোঁ দুই সাগৰে,
তেও কেনে অচেতন!
অলপমান পথে আগ বাৰ্হি
সুখ আলই হমগৈ স্বৰগি,
বা ঘোৰ নৰক গমন।

হে ইস্বৰ, মোৰ মনক ঘুৰাই
অগিয়ানি চিতত্তে জনাই
অনন্তৰ বচনে;
মোক দেখাই সেই গধুৰ বিসই,
আৰু উধাৰোক কাল নৌ হই,
আপোনাৰ সক্তিএ।

মোৰ আগত কৰাহে দিষ্টি,
সেই ঘোৰ ভয়ঙ্কৰ জুক্ত জি
মেঘত আহোঁতা জন।
সোধ কৰিবলৈ সকল লোক,
হে প্ৰভু, বোলা এনে হোক,
তোমাৰ সৰ্বতৰন।

মোৰ মন পুৰ হোক কেৱল এই কাৰ্জ,
কাল নিয়াই ভয়ে নে পাই লাজ,
পৰিত্ৰান কৰোঁ স্থিৰ।
সহাই হোআ মই জি পৰক্ষা,
তেন্তে কৰিম তোমাৰ ইচ্চা,
সহনিয় হৈ অন্তৰ। D.

## ইংলণ্ডৰ আদি বাসি লোকৰ দেৱতা।

Account of the old Saxon Idols.



The Saxon Idol worshipped on Sunday, or Sun's day.

আগৰ কালত য়িহুদা দেসৰ বাহিৰে সকলো ঠাইতে দেও দেবি সেৱা পূজা কৰি আছিল। ইংলণ্ড দেসৰ চাকচন লোকে জৰ্ম্মানি লোকে সৈতে প্ৰাই একে দেৱতা মানিলে। সেই দেৱতাবিলাকৰ মাজত প্ৰিথিবি, সূৰ্জ্জ, নখ্যত্ৰ আদি কৰি তৰাবিলাকক দেও দেবি বুলি মন্য হৈছিল। তাত বাজে ম্ৰিত্যু হোআ ৰজা, আৰু বিৰকো সেৱা কৰিলে। সাগৰ, নদি, পৰ্ব্বত, জংঘল, এই সকলো দেৱতাৰে পুৰ হোআ জানিলে। সেই কাৰনে সকলোলৈকে মানুহৰ বৰ ভই আছিল; দেওবোৰক সেৱা পূজা ন কৰিলে মৰিম বুলি ভাবি, বৰ দুখতে কাল নিয়ালে। সপ্তাহৰ প্ৰতি দিনৰ ওপৰে এক এক দেৱতা অধিকাৰ পাতিলে। সেই সেই দেৱতা আৰু বাৰৰ নাম হিন্দু লোকৰ বাৰৰে সৈতে প্ৰাই মিলে। আৰু সেই দেৱতাৰ নামেৰে এতিয়ালৈকে বাৰৰ নাম ইংৰাজি লোকে মাতে।

প্ৰথম দিন দেও, বা ৰবি, অৰ্থাত সূৰ্জ্জৰ দিন। চাকচন অৰ্থাত ইংৰাজিৰ ভাসাৰে সূৰ্জ্জক চন বোলে, এই নিমিত্তে দেওবাৰক চনদে বোলে। চন বা সূৰ্জ্জৰ মূৰ্ত্তি চাকচন লোকে ওপৰৰ নক্চাৰ দৰে সাজিলে।

সেই মূৰ্ত্তি এক স্তম্ভৰ ওপৰত আছে। তাৰ মুখৰ চাৰিও ফালৰ পৰা জুইৰ সিখ্যা ওলাই আছে; তাৰ বুকুত ৰথৰ ঘিলাৰ নিচিনা এটা চক্ৰ দুই হাতেৰে ধৰি আছে; চক্ৰৰ পৰাও জুইৰ সিখ্যা ওলাই। চক্ৰেৰে ইয়াকে বুজাই, সি পথত ঘুৰি ঘুৰি জোখ্ম হৈছে, আৰু জুইৰ সিখ্যাৰে তাৰ ৰশ্মি আৰু তাপ বুজাই; সেই ৰশ্মিএৰে সি মানুহবোৰক বৰ উপকাৰ কৰে বুলি জানিলে।



The Saxon god of Monday, or Moon's day.

আৰু সোম অৰ্থাত চন্দ্ৰৰ বাৰৰ ওপৰত চাকচন লোকে চন্দ্ৰক অধিকাৰ পাতিলে। সিইতৰ ভাসাৰে চন্দ্ৰক মুন বোলে, আৰু তাৰ দিনক মনদে বোলে। তাৰ মূৰ্ত্তি মাইকি মানুহৰ দৰে সাজে, তথাপি মতাৰ দৰে চোলা পিন্ধাই। তাইৰ হাততো আধা চন্দ্ৰৰ মূৰ্ত্তি ধৰি থাকে, তাইৰ কান বৰ দিঘল।

আৰু মঙ্গল বাৰৰ অধিকাৰ তিউ বা তিউস্কো দেৱক পাতিলে; সি জৰ্মানি দেশৰ প্ৰধান দেৱতা। মঙ্গল বাৰতে তাক সেৱা কৰিলে; সেই



Tuisco, the Saxon god of Tuesday.

কাৰনে মঙ্গল বাৰক তিউচদে বোলে। জৰ্মানি লোকৰ বুৰঞ্জিত লিখিচে, তিউস্কো আমাৰ আদি পিত্ৰি, আৰু তাৰ পুত্ৰ মান, অৰ্থাত মানুহ।

চতুৰ্থ বাৰৰ নাম ওদেঞ্চদে বা ওএঞ্চদে বোলে, কিয়নো সেই বাৰত চাকচনৰ প্ৰধান দেৱতা ওদেন বা বোদেনক সেৱা কৰে। তাৰ নাম বোধ দেৱতাৰ নামে সৈতে মিলে, কিন্তু তাৰ গুন হলে কাৰ্তিকৰ নিচিনা, সি ৰনৰ দেৱতা। আৰু ৰুমিয়া লোকেও সেই বাৰক বুধ গ্ৰহৰ নাম দিএ। চাকচনৰ বুৰঞ্জিত লিখিচে, বোধ নামে বৰ ৰনুআ আচিল, ম্ৰিত্যুৰ পাচে তাক দেও বুলি সেৱা কৰি নৰ বলি দি থাকে। ৰনত জি বন্দিয়াৰ পাই সকলোকে কাঠৰ মুৰ্তিত সুমাই পুৰি দিএ। ওদেনৰ নক্চা ইয়াত লিখা আচে, সোঁ হাতত তৰোআল, বাঁও হাতত ঢাল, মুৰত লোহাৰ মুকুট, গাত



Woden, the Saxon god of Wednesday.

লোহাৰ জাখৰ। ওদেঞ্চৰৰ নামে ইংৰাজিৰ এখন গাঁৱত ওদেনৰ বৰ ডাঙৰ মুৰ্ত্তি আচিল৷



Thor, the Saxon god of Thursday.

বিৰচতি বাৰক থিইচ্তে থৰ্চদে অৰ্থাত থৰৰ বাৰ নাম দিলে। সেই দেৱতা হিন্দু দেৱতা

বিৰচতিএ সৈতে নি মিলে, ৰুমিয়া বিৰচতিএ সৈতে মিলে, প্ৰাই ইন্দ্ৰৰ নিচিনা । আকাস, মেঘৰ গৰ্জ্জন, বায়ু, বিদুলি, ব্ৰিষ্টি এইবিলাকৰ ওপৰত অধিকাৰ হৈচে । সি ওদেনৰ পুতেক বুলি কই। নৰ বলিকে আদি কৰি দানেৰে সৈতে মানুহে তাক তুষ্ট কৰালে, সি ভাল বতৰ, বৰখুন দি বহু সহ উতপন কৰাই বুলি জানিলে । সেই কালৰ অগিয়ান লোক সকলে এনে ভই কৰি অতি দুখেৰে আয়ুস নিয়াই পৰম ইস্বৰৰ অপাত্ৰ হৈছিল । সেই দেৱতাৰ মূৰ্ত্তি সিংহাসনতে থিয় কৰি থলে। সোঁ হাতত গদা মূৰত কিৰিটি পিন্ধে, আৰু মুখৰ ঢাৰিও ফালে ৰাবেটা তৰা আছে ।



Friga, the Saxon goddess of Friday.

চাকচনৰ ফ্ৰায়া বা ফ্ৰিগা নামে এজনি দেবি আছিল, শুকুৰ বাৰক তাইৰ নাম দি ফ্ৰাইদে বোলে । কোনোএ মতা বুলি জানে, কিন্তু সবহ ভাগে ওদেনৰ ঘৈনিএক বুলি কই । তাইৰ হাতত তৰোৱাল আৰু ধেনু থাকে, অৰ্থাত যব প্ৰয়োজন হলে কেৱল মুনিহ ন হই, তিৰোতাও অস্ত্ৰ সস্ত্ৰ ধৰি ৰন কৰিব পাই । ওদেন, থৰ, ফ্ৰিগা, এই তিনিওৰো মূৰ্ত্তি একে ঠাইতে থলে জগনাথৰ নি'চনা থৰক মাজত থই, বলোভদ্ৰ আৰু সুভদ্ৰাৰ নিচিনাকৈ ওদেনক সোঁ ফালে, ফ্ৰিগাক বাও ফালে থই ।



Seater, the Saxon god of Saturday.

চাতৰ নামে চাকচনৰ এক দেৱতাক সনিবাৰে সেৱা কৰে দেখি সেই দিনক চাতৰদে বোলে। তাৰ নাম সনি গ্ৰহকো দিলে। সেই দেৱতাৰ মূৰ্ত্তি কাঁইট থকা মাচৰ ওপৰত থিয় হৈ আছিল; সোঁ হাতত পানিৰে সৈতে ফুল গুটিৰে পূৰ হোৱা চৰিয়া ধৰিচে, বাও হাতত চক্ৰ বান্ধি আছে ।

এই সকলো দেও দেবিৰ মান মৰ্য্যতা আৰু ক্ৰুৰ পূজা গুচিল, আৰু সামান্য লোকে প্ৰাই সিইতৰ নামো নে জানে; কেৱল বাৰৰ নাম আৰু কোনো পুৰনি গাঁও নগৰ সিইতৰ নামেৰে চলিছে । কিন্তু সেই সকলো কথা গুচুআত ইংৰাজিৰ একো হানি ন হৈ, লাভহে হৈছে; এতিয়া সকলো দেও দেবিৰ কৰম

এৰি কেৱল পৰম ঈশ্বৰক মান্য কৰাত তেঁও সন্তুষ্ট হৈ সকলো দেশৰ মাজত সিবিলাকক অধিক অনুগ্ৰহ কৰিছে । ।

## অচমিয়া আৰু বঙ্গালি ভাসাৰ কথোপকথন ।

**The Assamese and Bengali Languages.**

অচম দেশৰ বঙ্গালি ভাসা সিকা কেই জন-মান ডেকা এদিন গধুলি বেলিয়া এখন পথাৰ ফুৰিবলৈ গৈছিল । তেঁওবিলাকে গধুলি বেলিকাৰ প্ৰিথিবিৰ আৰু আকাসৰ মনোৰম সোভা দেখি অতিসৈ সন্তুষ্ট হৈ বঙ্গালি আৰু অচমিয়াৰে মিহলি হোৱা কথাৰে পৰস্পৰ কোৱা কুই কৰিছিল । ইতি মধ্যত দখিন পচিম ফালৰ পৰা এজনি সুন্দৰি তিৰোতা দুখিয়াৰ দৰে কলা আৰু ফটা মুগাৰ ৰিহা মেখেলা পিন্ধি আৰু এখনি মলিতা, কপাহিৰ খনিয়া কাপৰ গাত লৈ ডেকা সকলৰ আগত দেখা দি কিছু আঁতৰৰে পৰা কলে, "হে মোৰ প্ৰিয় সন্তান সকল! তোমোলাকে মোৰ ওচৰলৈ আঁহা; মই এবেলি তোমোলাকক কোলাত লওঁ; মই বহু দিনৰ পৰা তোমোলাকৰ মুখ নে দেখি মৰিব লগিয়া হৈছোঁ । তোমোলাকে নো অন্যৰ মাত্ৰিক মাত্ৰি বুলি মোক একেবেলিএই পাহৰিলা নে? হওক পাহৰা, এতিয়া মোৰ ওচৰলৈ আঁহা; মোক চুমা এটি দিয়া; মই তোমোলাকক এবেলি কোলাত লৈ হাবিআস পলুআঁও ।" ডেকা সকলে তেঁওৰ এই কথা সুনি তেঁওক ৰাখ্যসি বুলি বৰ ভই পালে, আৰু "ঔ! আই! খালে ঔ! এই জনি ৰাখ্যসিএ খালে ঔ!" এই বুলি আপোনাৰ চেনেহৰ মাত্ৰি বঙ্গালি ভাসাৰ ওচৰলৈ গল ।

বঙ্গালি ভাসাই ডেকা সকলে এই দৰে ভই খোৱা দেখি আস্তে ব্যস্তে সুধিলে, "বোপাই! তোমোলাকে নো কিয় এনে ভই পাইচা, কোআচোন? মই তাৰ প্ৰতিকাৰ কৰিম ।" ডেকা সকলে মাত্ৰিৰ এই কথা সুনি কলে, "হে আই! আজিৰ দৰে আমি এদিনো ভই খোআ নাই! আমি পথাৰ ফুৰিবলৈ গৈছিলোঁ, এনেতে এজনি ৰাখ্যসি আহি আমাক পো বুলি ওচৰলৈ মাতিলে । আমি কথমপি পলাইহে ৰখ্যা পালোঁ । পলাই নহা হলে তুমি আমাক নে দেখিলাইহৈতেন ।" বঙ্গালি ভাসাই এই কথা সুনি পুতেকহঁতক ঘৰত থৈ পথাৰলৈ গল, আৰু তাত সেই তিৰোতা জনিক অক্রিতগ্য সন্তানবিলাকৰ নাম সুঁৱৰি কান্দিবৰ দেখিলে । তেঁও ইয়াকে দেখি মনতে ভাবিলে, জে এই জনি ৰাখ্যসি ন হই ; কোনোবা ভাল মানুহৰ জিয়ৰি, কিবা দুখৰ কাৰনেহে এনে অৱস্থা হৈছে । এতেকে এঁওক আগৈএ সুধি পাচেহে সন্তান সকলক ভই খুওআৰ প্ৰতিকাৰ কৰা ভাল । ইয়াকে ভাবি বঙ্গালি ভাসাই তেঁওক সুধিলে, "হে সুন্দৰি! তোমাৰ নাম কি? আৰু তুমি নো কোন? তোমাক দেখি মোৰ বিদেসি সন্তান সকলে বৰ ভই পাইচে । এতেকে তোমাৰ সকলো কথা মোৰ আগত কোআ ।"

সেই তিৰোতাই বঙ্গালি ভাসাৰ কথা সুনি কলে, "হে আই! তুমি মোৰ কঁপালৰ কথা কি সুধিচা! মই জেনে অৱস্থাতহে আচোঁ, তাক কব লগিয়াই নাই । মই এতিয়া মৰিলেইহে ভাল । মোৰ দুখৰ কথা তোমাৰ আগত কি কম? তুমি সকলো খনি জানা । তথাপি তুমি জে সুধিলা, ইয়াতে থাকি মই কঁও সুনা । মোৰ ঘৰ এই অচম দেসত, মোৰ নাম অচমিয়া ভাসা, জিবিলাক ডেকাই মোক দেখি ভই খাইচে, সেইবিলাক মোৰে সন্তান । উপজিবৰ পৰা মই সিহঁতক বোপাই, আই, দদাই, ককাই, ভাই প্ৰভ্ৰিতি কথা কবলৈ সিকালো, কিন্তু সিহঁতে তাৰৰ হলত মোক খিন কৰি তোমাৰ কথাহে লৈচে, অন্য কি? সিহঁতে অচমিয়া এৰিব লগিয়া বিতিবোৰ জে এৰিচেই তাৰে লগত ভাল ভাল এৰিব ন লগিয়া বিতিবিলাককো এৰিচে । জি হওক সিহঁত মোৰ মুৰৰ চুলি জিমান আচে, সিমান দিনলৈকে জিয়াই থাকোক, আমাক ঈশ্বৰে মাৰি নিওক ।"

বঙ্গালি ভাসাই সেই তিৰোতাৰ এই কথা সুনি তেঁওক চিনিলে, আৰু ডেকা সকলক ডুক-

কিয়াই নিয়া বোলে বুলি মনত অলপ ভই পাই নম্র ভাৱে কলে, "হে সুন্দৰি! তুমি অচমিয়া মানুহবিলাকৰ মাত্রি ভাসা, মই তোমাক চিনিলোঁ, কিন্তু তুমি ইয়ালৈ ব্রেখেহে আহিচা । কিয়নো তোমাৰ সন্তান সকলে এতিয়া নিতৌ নিতৌ মোৰ ভত ভাল ভাল কথা আৰু ৰিতি সিকিচে, তোমাৰ জেনেহে অৱস্থা জে তোমাক মাত্রি সম্বোধন কৰিবলৈ আটাইবে ঘিন লাগে ।" তেতিয়া অচমিয়া ভাসাই কলে, "হে আই! মই মোৰ কথা তোমাৰ আগত কি কম! তুমি এতিয়া ঘিন কৰিচা, তোমাৰ নো ইয়াৰ আগেয়ে কি অৱস্থা আচিল? ইংৰাজ ৰজাৰ দিনৰ আগেয়ে তোমাৰ নো এনে বেস আচিল নে! বাৰু মোৰ এফেৰি কথা কঁও সুনা । মোৰ দেসৰ অক্রিতগ্য সন্তানবিলাকেহে মোক এৰিচে, কিন্তু আমেৰিকা নামে বৰ দেসৰ পৰা চাহাববিলাকে আহি মোক আস্রই দিচেহি আৰু পৰম জতন কৰিচে । আমাৰ দেসৰো দুই এক জনে মোক সেৱা সুস্রুসা কৰে । অচম দেসৰ মাজত এতিয়াৰ কলিয়া ডেকা বিদ্বান স্রী আনন্দিৰাম ফুকনে মোক মাত্রি বুলিচে, তেঁও বিদ্যাৰ বলত অচমিয়া সকলো মানুহতকৈ বৰ বিসই হৈচে । তেঁও জেতিয়া মোক মাত্রি বুলিচে অন্যৰ কথা ম কঁও, আমেৰিকাৰ চাহাব সকলৰ জতন থাকিলে অলপ দিনতে ময়ো তোমাৰ বিচিনা হম । মোৰ অক্রিতগ্য সন্তানবিলাকৰ কথা আৰু মই কি কম, দুই এক জনত বাজে সকলোবিলাক মোৰ পুত্র গুচি এতিয়া কু পুত্রহে হৈচে ।"

ইয়াতে বঙ্গালি ভাসাই কলে, "হে আই! তুমি কিয় ডেকা সন্তান সকলক দোস দিচা । তোমাৰ বুৰা, বিসয়া, ধনি জিবিলাক সন্তান সেইবিলাকেই তোমাক এৰিচে; জদি সিবিলাকেই তোমাক ঘিন কৰিলে, তেন্তে ডেকাবিলাকে নো কিয় তোমাক মানিব?" অচমিয়া ভাসাই ইয়াতে দির্ঘ নিস্বাস কাৰ্হি কলে, "হাই হাই! বুৰা সকলৰ কথা ন কবা, তেঁওবিলাকক দেখি জদি ডেকাবিলাকেও মোক এৰে, তেন্তে মোক নো আৰু কোনে আপোন বুলি লব? অনন্ত কন্দলি, মাধৱ দেৱ, কাসিনাথ তামুলি ফুকন প্রভ্রিতিএ মোক জেতিয়া এৰি গল এতিয়া মোক কোনে মানিব? তেও সিবিলাকৰ পৰা মোৰ অনেক উপকাৰ হৈচে । আমেৰিকাত থকা চাহাববিলাকো জিয়াই থাওক তেঁওবিলাকৰ গুনে মোৰ বৰ উপকাৰ হব, তেঁওবিলাকে মোৰ কলা কাপৰ গুচাই নিকা কাপৰ আৰু সুন্দৰ খাৰু মনি পিন্ধাব ।" বঙ্গালি ভাসাই অচমিয়া ভাসাৰ সোক সুনি মুচুকিয়াই হাঁহি আপোনাৰ গিয়ানি পুত্র সকলৰ কথা মনত কৰিলে ।

অচমিয়া ভাসাই তেঁওৰ মনৰ কথা বুজি কলে, "তুমি মোক এতিয়া হাঁহিচা, কিন্তু তোমাৰ আগৰ অৱস্থা মনত কৰা, ইংৰাজ ৰজাবিলাকৰ ক্রিপাতহে তোমাৰ ইমান গোৰও হৈচে । মোকো জদি ৰজাই ক্রিপা কৰে, ময়ো তোমাৰ দৰে হম ।" এই কথা সুনি বঙ্গালি ভাসাই লাজ পাই কলে, "হে আই! মই তোমাৰ পোঁখাইতক তোমাৰ প্রতি ভক্তি কৰিবলৈ কম, তোমাৰ ইয়াত জেনে অৱস্থা মোৰো দেসত সেই অৱস্থা, ইয়াতহে ইমান মান্য পাইচোঁ ।" এনেতে অচমিয়া ভাসাই কলে, "এতিয়া হে আই! তুমি জোআ মোৰ সন্তান সকলৰ আগত কবা, তেঁওবিলাকে জেন আপোনাৰ মাত্রি ভাসা আদৰকৈ সিকে । ইংৰাজ প্রভ্রিতি জাতিবিলাকে আপোনাৰ দেসৰ ভাসা জিমান দিনলৈকে সিকিবলৈ আদৰ ন কৰিচিল, তিমান দিনলৈকে অসভ্য আচিল । মই তোমাৰ আগত আৰু অধিক কি কম, তুমি আপুনিএই জি ভাল জানা, তাকে কৰা ।" বঙ্গালি ভাসা এই কথা সুনি আপোনাৰ ঘৰলৈ গল ।

হে অচম দেসৰ লোক সকল, এফেৰি কথা কঁও সুনা, তোমোলাকে এতিয়া বঙ্গালি ভাসা বৰ আদৰ কৰি সিকিচা, আৰু অচমিয়াক অনাদৰ কৰিচা, কিন্তু ভাবি চালে অচমিয়া বঙ্গালি দুই একে মাকৰ সন্তান, তেঁওবিলাক দুইৰো সংস্ক্রিত মাক । কেৱল দেসাধিকাৰৰ

অনুগ্ৰহত বঙ্গালিবিলাকে এতিয়া আপোন মাত্ৰি বঙ্গালি ভাসাক নানা অলঙ্কাৰ পিন্ধাইচে । তোমোলাকেও জদি সেই দৰে জতন কৰা, তেন্তে জাক এতিয়া ঘিন কৰিচা, তাকেই পুজা কৰিবা, তোমোলাকে হেজাৰ বঙ্গালি কি অন্য ভাসা সিকা, তেও তাত পণ্ডিত হব নোআৰা । কিয়নো মানুহে সৈতে সেই ভাসাৰে কথা কঁওতে অথবা লিখোতে পোনেই অচমিয়াৰে সেই কথা মনত কৰি কঁওতে কি লিখোঁতে তাক তৰ্জ্জমা কৰা হেন কৈহে কৰা আৰু লিখিবা । তোমোলাকে হেজাৰ সিকা, তেও কথা কঁওতে বা লিখোঁতে সেই দৰে কৰা বা লিখিবা । আৰু তাৰ মাজতো অনেক মিহলি কথা থাকিব । তোমোলাকে হেজাৰ সিকা তেও বঙ্গালিবিলাকৰ দৰে বঙ্গালি, ইংৰাজৰ দৰে ইংৰাজি, দিলিত থকাবিলাকৰ দৰে হিন্দুস্থানি, মোগলবিলাকৰ দৰে ফাৰচি কথা কেতিয়াও কব নোআৰা । কিন্তু অচমিয়া ভাসা একো জতন ন কৰাকৈ কব পাৰা, আজিলৈকে অচমিয়া ভাসাৰ স্ৰী একো ব্ৰিধি হোআ নাই, এতেকে তোমোলাকে এই ভাসা জতন কৰি সিকা উচিত । ইয়াক নি সিকি অন্য ভাসা সিকিলে তাৰ পৰা কেতিয়াও পণ্ডিতালি কৰিব নোআৰা । আৰু দেসৰ উপকাৰ কৰা, জে তোমোলাকৰ কৰিব লগিয়া কৰম আচে, তাকো কৰিব নোআৰা, দেসৰ ভাসা ভাল ন হলে তাৰ লোকবিলাকৰ অৱস্থাও ভাল ন হই । এতেকে জদি এই অৱস্থাৰ পৰা মুকুত হৈ ভাল অৱস্থা পাব খুজিচা, তেন্তে অচমিয়া ভাসা জাতে ভাল হই, এনে জতন কৰা । তোমোলাকে জে কেতিয়াবা দেসৰ উপকাৰ কৰিবা আৰু অচমিয়া ভাসাক ব্ৰিধি কৰিবলৈ জতন কৰিবা, এনে চিন দেখা নাই, এতেকে এতিয়া তোমোলাকে কৰিবলৈ ধৰা । গুআহাটিত এটা পুস্তকালই আৰু এটা হস্পিটাল সকলোৰে উপকাৰৰ নিমিত্তে হব দেখি আমি আনন্দ পাইচোঁ ।

এই সংসাৰৰ একন লোক ।

২২ আগষ্ট ১৮৫৪ ।

## নিৰো ৰজাই খ্ৰিষ্টিয়ান লোকবিলাকক তাৰনা কৰা ।

**Persecutions under Nero.**

জি কমিয়া নিৰো ৰজাই পৌল পাঁচনিক তৰোআলেৰে বধিলে, সেই ৰজাই খ্ৰিষ্টৰ ৬৪ সঁকৰে পৰা খ্ৰিষ্টিয়ানবিলাকক তাৰনা কৰিবলৈ ধৰিলে, আৰু জি ৰূপে তাৰনাৰ আৰম্ভন হল, তাকে সুনা ।

সেই নিৰ্দয়া দুষ্ট ৰজাই কেৱল ৰঙ্গ দেখিবৰ নিমিত্তেই ৰোম নগৰৰ ঠায়ে ঠায়ে লোকবিলাকক পঠাই জুই লগালে; পাচে আপুনি এক ওখ অটালিকাৰ ওপৰত উঠি চাৰিও ফালে নগৰৰ মাজত জুই লগা দেখি মহা আনন্দেৰে গান কৰিবলৈ ধৰিলে । সেই অগ্নি কেইবা দিনো লাগি থকাত প্ৰাই চহৰৰ এভাগ মান দাহ কৰা হল । পাচে ৰজাৰ এই কুকৰম নগৰৰ মানুহৰ মাজত জনা হলত, সকলোএ তেঁওলৈ বৰ বিৰকতি হল; কিন্তু ৰজাই সেই কথাত আপোনাক নিৰ্দুসি কৰিবৰ চলেৰে এই কথা প্ৰকাস কৰিলে, বোলে, আমাৰ দেৱতাবোৰক ঘিন কৰা খ্ৰিষ্টিয়ানবিলাকেহে হিংসাৰে এনে কুকৰম আচৰিলে । এই অপবাদ প্ৰকাস কৰি সিবিলাকক তাৰনা কৰিবলৈ ধৰাত, সিবিলাকলৈ মানুহে কব নোঅৰা দুখ ওলাল । বিসেসকৈ ৰজাই বহু খ্ৰিষ্টিয়ানক ধৰাই আনি আপোনাৰ বাৰিৰ ভিতৰত কেতবোৰক হিংসক জন্তুৰ দোআৰাই, কাকো কাকো তৰোআলেৰে কাটি বধ কৰালে, আৰু বাৰিৰ ঠায়ে ঠায়ে কাঠৰ খুঁটা পুতি সেই খুঁটাতে অনেক লোৰ সিকলিৰে বান্ধি সিবিলাকৰ গাত ফটা কাপৰ মেৰাই ধুনা এঁঠা আদি সানি, তাত জুই লগাই দি গোটেই খন বাৰি তাৰ পহৰেৰে দিপ্তি কৰিলে, আৰু ৰঙ্গ দেখাবৰ নিমিত্তে বহু ভদ্ৰ, তাম্বিয়াবিলাকক তালৈ মাতি আনি সেই কৰম দেখালে । তথাপি এই ৰূপ নিৰ্দয়া কৰম কৰাতো তেঁও জে নগৰ দাহ কৰাৰ কথাত নিৰ্দুসি হই, ইয়াক কোনে বিস্বাস ন কৰিলে । এনে মহা বিপদ কালত খ্ৰিষ্টিয়ানবিলাকৰ কেনে আচৰন আছিল, তাক কো-

নোও লিখা নাই। তথাপি সেই কালত পৰম ইশ্বৰে যে আপোনাত আস্তুই কৰা লোকৰ মন সুধিৰে ৰাখিছিল, ইয়াত কোনো সংসই নাই; কিয়নো তেঁও ধৰম সাস্ত্ৰত এই প্ৰতিগ্যা কৰিছে, মই দুখৰ কালত তোমোলাকক তিয়াগ ন কৰোঁ। পাছে সেই সময়তে কোনো কোনো ভকত ইস্পানিয়া দেসলৈ গৈ খ্ৰিষ্টৰ ধৰম প্ৰচাৰ কৰাত, সেই দেসতো অনেক লোকে তাক গ্ৰাহ্য কৰিলে। ন. ল. ক.

---

## বঙ্গাল দেসৰ আগৰ দিনৰ মোহৰ।

Coins belonging to Capt. Dalton—dug from a Tank in Gowahati.



Rupee of Shems Uddin Ilias Shah, A. D. 1345.

উল চুলতান উল আদল সোমচ উল দুনিয়া ও উল দিন আবুল মজফৰ ইলিয়াচ স্যাহ চুলতান।

সৌ কালে। চিকন্দৰ উল চানি (দুতিয় চিকন্দৰ), আইন উল খলিফত (ৰাজত্বৰ গিয়ান চকু), আমিৰ উল মোমেনিন (বিশ্বাসি সকলৰ অধিকাৰ)। দাঁতিত ভালকৈ পঢ়িব নোআৰে; আন্দাজে চত (৬) ও অৰ্বাওন (৪০) ও চৰমাইহ (৭০০)। হিজিৰি সঁক ৭৪৬ ইং ১৩৪৫ সঁকে সৈতে মিলে। সোমচ উদিন ইলিয়াচ গৌৰ নগৰত ১৩৪৩ সঁকৰ পৰা ১৩৫৮ সঁকলৈকে ৰজা হৈছিল।



Rupee of Sekander Shah, A. D. 1368.

উল ইমাম উল আজম আবুল মজাহিদ বৰৰ বাপেক) চিকন্দৰ স্যাহ ইবন ইলিয়াচ স্যাহ চুলতান।

অমিৰ খলিকত আলা নাচৰ উল মোমেনিন (বিশ্বাসি সকলৰ উপকাৰ কৰোঁতা), খলদ খলিকত (তেঁওৰ ৰাজত্ব চিৰজিবি হওক)। দাঁতিত অৰব হদ অৰ্বা (৪) ও চাতিন (৬০) ও চৰমাইহ (৭০০)। হিজিৰি সঁক ৭৬৪; ইং সঁক ১৩৬২। সেই ৰজা ইলিয়াচৰ পুত্ৰেক।



Another Rupee of Sekander Shah.

এই ৰূপো সেই ৰজাৰ; উল ইমাম উল আজম, অৰ্থাত মহা ৰজা, বাঁও ফালৰ ওপৰে লিখা আছে;॰ চক্ৰৰ ভিতৰে আবুল মজাহিদ চিকন্দৰ স্যাহ ইবন ইলিয়াচ স্যাহ।

সি কালে, কি অমিৰ খলিকত আলা নাচৰ উল মোমেনিন গৰ উল চদ ও মচলম খলদ মুল্ক; অৰ্থ ভালকৈ নোলাই। দাঁতিত ওপৰৰ ৰূপৰ নিচিনা সঁক লিখা আছে।



Rupee of Gayas Uddin Azim Shah, A. D. 1367 to 1373.

গয়াচ উল দুনিয়া ও উল দিন আবুল মজফৰ আজম স্যাহ ইবন চিকন্দৰ স্যাহ ইবন ইলিয়াচ স্যাহ চুলতান। ইবন বা বেন, এই কথাৰ অৰ্থ পুত্ৰ। ইলিয়াচৰ নাতিএক আজম স্যাহ ১৩৬৭ ইং সঁকৰ পৰা ১৩৭৩ সঁকলৈকে বঙ্গাল দেসৰ ওপৰত ৰজা হৈছিল।

সি কালে, অমিৰ নাচৰ উল মোমেনিন, অৰ্থাত অধিকাৰ, বিশ্বাসি সকলৰ উপকাৰ কৰোঁতা; গৰ উল আলা ও মচলমিন, অৰ্থাত ইশ্বৰৰ আৰু মুচলমানবিলাকৰ বানি; খলদ মুল্ক, তেঁওৰ ৰাজত্ব সদাই থাকোক।



' Another Rupee of Azim Shah.

ইও ৰূপ সেই আজম স্যাহ বাদস্যাৰ, কিন্তু বাপেক আৰু ককাকৰ নাম লিখা নাই।



Mahomed Shah ben Khansa, A. D. 1418.

জলাল উল দুনিয়া ও উল দিন আবুল মজফৰ মহমদ স্যাহ চুলতান। নাচৰ অমিৰ উল মোমেনিন গৰ উল আলা ও উল মচলমিন খলদ মুল্ক। হিজিৰি সঁক ৮২১, ইং সঁক ১৪১৮।

## দিলিৰ বাদস্যাৰ ৰূপ।

Coins of the early Delhi Emperors.



Silver Coin of Khosro II. (?) found at Sibsagor.

উল চুলতান বেন উল চুলতান নচৰত খোস্রো খলদ মুল্ক বিহিজিৰি। ইয়াত বাজে আন আখৰ পৰ্হিব নোআৰি, ৭১ এই সঁকৰ নিচিনা দেখে, অৰ্থাত হিজিৰি ৫৭১, ইং সঁক ১১৭৫ হব পাই। সি কালে, উল চুলতান বেন উল চুলতান নাচৰ উল দুনিয়া ও উল দিন আবুল মজফৰ।



Copper Coin of Alla Uddin Sekander, A. D. 1366.

উল চুলতান উল আজম উল দুনিয়া ও উল দিন মহমদ স্যাহ। নাগেৰি আখৰ শ্রী চুলতান ৭০৬, অৰ্থাত ইং সঁক ১৩০৩।



Coin of Alla Uddin Sekander, A. D 1313.

উল চুলতান উল আজম আলা উল দুনিয়া ও উল দিন আবুল মজফৰ মহমদ স্যাহ উল চুলতান। সি কালে, চিকন্দৰ উল চানি মনিৰ উল খলিফত (অৰ্থাত ৰাজাৰ দিপ্তি) নাচৰ অমিৰ উল মোমেনিন।

ৰূপৰ দাঁতিত, জৰব হদহ উল তিজিয়ত (ৰাজ ধানিত মাৰিলে), বেহিজৰত চনে চলচ (৩) আচৰ (১০) ও চবমাইহ (৭০০)। হিজিৰি সঁক ৭১৩, ইং সঁক ১৩১৩।



Copper Coin of Togluk Shah, A. D. 1321 to 1324.

উল চুলতান উল আদল গয়াচ উল দুনিয়া ও উল দিন তুগলক স্যাহ।



Copper Coin of Togluk Shah, found at

উল চুলতান উল আদল গয়াচ উল দুনিয়া ও উল দিন তুগলক স্যাহ চুলতান।



Copper Coin of Ahmed Shah, found at

অচয়েদ উল দুনিয়া ও উল দিন, (অৰ্থাত জগত আৰু ধৰমৰ ৰজা,) আহমদ স্যাহ চুলতান। তেঁও বঙ্গাল ৰজা হব পাই।

# খ্ৰিষ্টৰ পাঁচনিবিলাকৰ সংখেপ বিবৰন।

Brief History of the Apostles.

প্ৰভু য়িচু খ্ৰিষ্টৰ সিস্যবিলাকৰ মাজত পাচনি নামে জিবিলাক প্ৰধান সিস্য আছিল, সিবিলাকৰ কিছু কিছু বিবৰন লিখোঁ। ফিলিপ, বাৰ্থলমাই, মাথি, থাদিয়, আন্দ্ৰিয়া, থোমা, চিমোন, আৰু য়িহুদা, বাৰে জনৰ মাজৰ এই কেই জনৰ বিবৰন ধৰম সাস্ত্ৰত আৰু খ্ৰিষ্টিয়ান বুৰঞ্জিতো অতি অলপ কথা লিখা আছে। এই হেতুকে সিবিলাকে কোন কোন দেসলৈ গৈ সুভ বাত্ৰা প্ৰচাৰ কৰিলে, তাক বিসেস ৰূপে বৰ্নাব নোআৰোঁ। বুৰঞ্জি লিখাবিলাকে কই, থোমা নামে পাঁচনিএ হিন্দুস্থানলৈকে আহি, সুভ বাত্ৰা প্ৰচাৰ কৰিলে, আৰু তাত খ্ৰিষ্টিয়ান মণ্ডলিও থাপনা কৰিলে। সেয়ে জি কি ন হওক, য়াকোব নামে দুজন, আৰু চিমোন পিতৰ, আৰু য়োহান, এই চাৰি জন পাঁচনিৰ বিবৰন নিচই কৰি লিখিব পাৰি। দুই য়াকোবৰ মাজৰ বৰ য়াকোব য়িৰুচালম নগৰত অলপ কাল থাকি, তাতে প্ৰান হেৰুআলে; কিয়নো হেৰোদে তেঁওকে সকলোৰে প্ৰধান হেন জানি, য়িহুদিবিলাকক সন্তোস কৰিবৰ মনে তেঁওক বধ কৰিলে। তেঁওৰ মিত্যুৰ সময়ত লিখকবিলাকে এটা আচৰিত কথা লিখিচে, বোলে, জি মানুহে তেঁওক বধ কৰাবৰ ইচাৰে ৰজাৰ আগত তেঁওৰ অপবাদ জনাইচিল, সেয়ে খ্ৰিষ্টৰ নিমিত্তে মৰিবলৈ য়াকোবৰ সাহ আৰু সন্তোস হোৱা দেখি খ্ৰিষ্টৰ ধৰম জে উত্তম আৰু সত্য, ইয়াক ভাবি সকলোৰে আগত এই কথা কলে, জদি মোৰ প্ৰান মাৰে, মাৰোক, তেও আজিৰে পৰা মযো খ্ৰিষ্টৰ আস্ৰুই লওঁ। বিচাৰ কৰ্তাই তাকে সুনি, য়াকোবৰ লগত একে ঠাইতে তাকো মাৰিবলৈ আগ্যা কৰিলে। পাচে সেই মানুহে বাটত গৈ থাকোঁতে য়াকোবৰ আগত তাৰ অগবৰ খেমা মাগন কৰিলে, তাতে তেঁও আঁকোআল মাৰি ধৰি, "তোমাৰ সকলো সান্তি হওক," এই বুলি খেমা দান কৰিলে। পাচে চাউতাৰবোৰে সিবিলাক দুইকো বধ কৰা ঠাইলৈ নি তাতে দুইৰো মুৰ কাটিলে।

পাচে দুতিয় য়াকোব য়িৰুচালম মণ্ডলিৰ ৰখ্যক হৈ আচিল; তেঁওৰ সৎ আচাৰ আৰু পবিত্ৰ স্বভ[illegible] হোৱা দেখি সকলোএ তেঁওক স্বৰুপ [illegible] বুলি নাম দিচিলে। লিখকবিলাকে কই [illegible]ও বাহিৰে য়িহুদি লোকৰ অনেক অনেক পুৰনি আচাৰ বেৱহাৰ মনাত অনেকৰ প্ৰিয় পাত্ৰ আচিল; তথাপি খ্ৰিষ্টৰ সত্ৰুবোৰে তেঁওৰ ৬২ বচৰ বয়সিয়া হোৱা কালত তেঁওক ধৰি মন্দিৰৰ ওপৰৰ পৰা পেলাই প্ৰান মাৰিলে। তেঁও আপোনাৰ মিত্যুৰ দুই বচৰৰ আগেয়ে নানা দেসত গোট গোট হৈ থকা য়িহুদি খ্ৰিষ্টিয়ান লোকৰ প্ৰতি জি এখনি পত্ৰ লিখি পঠাইচিল, তাক এতিয়ালৈকে ধৰম সাস্ত্ৰৰ ভিতৰত পোৱা জাই।

আৰু চিমোন পিতৰ নামে জি এজন খ্ৰিষ্টৰ খিয়াতিমন্ত সিস্য আচিল, তেঁও অলপ কাল য়িহুদা আৰু তাৰ ওচৰৰ দেসত ফুৰি সুভ বাত্ৰা প্ৰচাৰ কৰি, পাচে আন্তিয়খিয়া নগৰ পোৱাৰে পৰা তেঁওৰ কিছু বিসেস বিবৰন ধৰম সাস্ত্ৰত লিখা আচে। তাৰ পাচত তেঁও দূৰ দেসলৈ গৈ, অৰ্থাত পন্ত, গলাতিয়া, কাপাদকিয়া, আচিয়া আৰু বিথুনিয়া, এই সকলো দেসত জি জি য়িহুদি লোক আচিল, সিবিলাকৰ ওচৰলৈ গৈ অনেক দিনলৈকে সেই সেই ঠাইত থাকি সিবিলাকৰ আগত ইস্বৰৰ সুভ বাত্ৰা কিৰ্ত্তন কৰিলে। পাচে আন দেসলৈ গলত, সেই লোকবিলাকৰ দ্ৰিঢ বিস্বাস থিৰ কৰিবৰ নিমিত্তে ধৰম সাস্ত্ৰৰ মাজত তেঁওৰ নামেৰে জি দুই পত্ৰ লিখা আচে, তাকে আপোনাৰ মৰনৰ কিছু দিনৰ আগেয়ে লিখি সিবিলাকলৈ পঠাই দিলে। পিতৰ আপোন দেসি লোকৰ আগত অতি মান্যৱন্ত আচিল, তথাপি বিদেসি লোকৰ মাজত পৌল পাঁচনিৰ সমান মান্যৱন্ত নাচিল। বুৰঞ্জি লিখাবিলাকে পিতৰৰ কথাত ইয়াকে কই, তেঁও খ্ৰিষ্টৰ ৬৩ সঁকত ৰোম নগৰলৈ গৈ খ্ৰিষ্টৰ নিমিত্তে নিৰু নামে ৰুমিয়া ৰজাৰ দোআৰাই অত্যন্ত দণ্ড ভোগ কৰিলে; অৰ্থাত আপোনাৰ প্ৰভুৰ দৰে পেৰেঙ্গ কাঠত তুলি মাৰিবলৈ ৰজাই আগ্যা দিলে; কিন্তু পিতৰে প্ৰভুৰ দৰে

মৰিবলৈ আজোগ্য হৈচোঁ বুলি জানি তললৈ মুখ কৰি মৰিবৰ নিমিত্তে সক্ৰবোৰত কলে । তাতে সিহঁতে তেঁওক গজালেৰে বিন্ধি তললৈ মুখ কৰি পেৰেগনিৰ ওপৰত তুলি দিলে, তাতে তেঁও অতিসই জাতনা প্পাই মহা কষ্টেৰে প্ৰান তিয়াগিলে । তেঁওৰ ম্ৰিত্যুৰ কিছু দিনৰ আগেয়ে তেঁওৰ ভাৰ্জাকো সেই ৰজাৰ দোআৰাই বধ কৰা হল । সেই ভয়ঙ্কৰ সময়ত পিতৰে আপোন ভাৰ্জাৰ মন ধৰমত অতিসই থিৰ হোআ জানি, ইশ্বৰলৈ স্তুতি ধন্যবাদ কৰি, আপোনাৰ ভাৰ্জাক আশ্বাস কৰি কলে, "হে প্ৰিয়া, প্ৰভুলৈ সুঁৱৰি ভই দুৰ কৰি তেঁওত দ্ৰিঢ ভাৰসা কৰা ।"

তাৰ পাচে য়োহানৰ বিসয়ে ধৰম সাস্ত্ৰত জি ৰূপে লিখা আচে, তাত বাহিৰে অতি অলপ মাথোন লিখিব পাৰি । ৫০ সঁকত য়িৰুচালম নগৰত পাঁচনিবিলাকৰ জি মহা সমাজ পতা হৈছিল, সেই সভাত গোট খোৱাৰ কিছু কালৰ পাচে তেঁও সৰু আচিয়া নামে দেসলৈ গৈ নিবাস কৰাত, সেই দেসত খ্ৰিষ্টৰ ধৰম প্ৰচাৰ কৰিবলৈ সুজোগ পাইছিল । পাচে ৯৫ সকত তেঁও অতি বুৰা হোআ কালত ৰোম দেসৰ ৰজা দমিচিয়নৰ দোআৰাই খ্ৰিষ্টিয়ান লোকৰ জি তাৰনা হৈছিল, সেই কালত তেঁওক পাত্ম নামে মাজুলিলৈ দেসান্তৰ কৰি খেদালত, তেঁও তাতে থাকি ধৰম সাস্ত্ৰৰ সেস ভাগ প্ৰকাসিত ভবিস্যত বাক্য নামে পুথি ইশ্বৰৰ আদেস আৰু দৰ্সন পোআৰ দোআৰাই লিখিলে । কোনো কোনো বুৰঞ্জি লিখকে কই, বোলে, দমিচিয়ন ৰজা ম্ৰিত্যু হোআৰ পাচে তেঁও আৰু আচিয়ালৈ আহি, তাতে মৰন কাললৈকে বসতি কৰি থাকি কুসলে ম্ৰিত্যু ভোগ কৰিলে । আৰু ইশ্বৰৰ আচৰিত দৰ্সনৰ দোআৰাই মানুহে কব নোৱৰা জি স্বৰ্গিয় সুখ, আৰু তাত নিবাসি লোকক দৰ্সন পালে, সেই পৰম সুখ আলইত সোমাই আপোনাৰ প্ৰিয় প্ৰভুৰ বুকত এতিয়াও আওজি বিস্ৰাম কৰিছে ।

পাপি লোকক মন পালটাই পৰম আবুলৰ ভাগি কৰাবলৈ য়োহানৰ জেনে ইচা আৰু উচাহ আছিল, তাকে এই কথাৰ দোআৰাই বুজিব পাৰি । কোনো এক দিনত বাটত তাঁওতে ধৰম বিচাৰ কৰা এটা জুবা লোকক দেখা পোআত, তেঁও তাক আনি ইশ্বৰৰ পথ সিকিবৰ নিমিত্তে এজন উত্তম উপদেসকৰ হাতত সমৰ্পন কৰি দিলে । সেই ডেকা মানুহ তেতিয়াৰে পৰা ইশ্বৰৰ পথ সিকি, অলপ দিনৰ মুৰত প্ৰভুৰ নামে বুৰ পাই মণ্ডলিত সোমাল । আৰু বহু কাললৈ সত্ত আচৰন কৰি কাল নিয়াইছিল । কিন্তু পাচত দুষ্ট লোকৰ লগত সঙ্গ পাতি মতলিয়া হৈ এলেহুআ স্বভাৱেৰে দুষ্টাচাৰি হল; সেসত ডকাইতৰ অধিকাৰ হৈ সৰ্বদাই ডকাইত কৰম কৰিব ধৰিলে । পাচে কিছু কালৰ মুৰত য়োহানে সেই ঠাইলৈ গৈ সেই ডেকা মানুহৰ কুসল মঙ্গলৰ কথা সোধাত, উপদেসকে তাৰ সকলো দুষ্ট আচৰনৰ কথা তেঁওত বুজাই কলে, বোলে, সি এতিয়া মোৰ পৰা গৈ ওচৰত থকা অমুক পৰ্বতৰ মাজত নিবাস কৰি ডকাইতৰ ব্ৰিত্তি সিকিছে । এই কথা সুনাত য়োহানে মনত অতি দুখ পালে, কিন্তু তেঁও ইশ্বৰৰ প্ৰেম আৰু লোকৰ পৰিত্ৰানৰ নিমিত্তে আসক্তি হৈ, সেই মানুহক বিচাৰিবৰ কাৰনে বেগতে পৰ্বতৰ ওপৰলৈ গল । সেই ঠাইত আন আন ডকাইতবোৰে তেঁওক দেখা পাই ধৰি নিব খুজিলত, তেঁও সিহঁতত কলে, তোমোলাকৰ অধিকাৰৰ ওচৰলৈ মোক লৈ জোআ । পাচে সিহঁতে তেঁওৰ ইচাৰ দৰে লৈ গলত, সেই ডেকাই অলপ আঁতৰতে তেঁওক দেখি চিনি পাই, লাজেৰে পলাবলৈ ধৰিলে, তাতে বুৰা য়োহানে তাৰ পাচত লৰ মাৰি ৰিঙ্গিয়াই কলে, "হে পুত্ৰ, তোৰ বুৰা আৰু বিনা অস্ত্ৰে অহা বাপেৰক দেখি কিয় পলাইচ, ৰবি, ভই নাই, মোত বিস্বাস কৰ; খ্ৰিষ্টে মোক তোমাৰ ওচৰলৈ পাঁচিছে, এতিয়াও তোমাৰ পৰিত্ৰানৰ আসা আছে ।" এই কথা সুনি সেই ডেকাই একে ঠৰে থিয় হৈ ৰল, আৰু ভয়েৰে কঁপি কঁপি কান্দিব ধৰিলে । ইয়াকে দেখি য়োহানে তাক অনেক অনেক ধৰমৰ কথা কলে, আৰু তাৰ অৰ্থে ইশ্বৰৰ

আগত প্ৰাৰ্থনা কৰি কুৰভাৰৰ পৰা পালটাই আনি, পুনৰাই খ্ৰিষ্টিয়ান মণ্ডলিত গ্ৰহন কৰা-লে; সেই কালৰে পৰা মৰনলৈকে সেই ভেকাই সত্য আচৰন কৰি ইশ্বৰৰ সেৱা কৰি থাকিল ।

পৌল পাঁচনিৰ সম্পূৰ্ন বিবৰন আগেয়ে লি-খা হোআত এতিয়া এই ঠাইত আৰু লিখিব-লৈ কাম নাই; এই হেতুকে ইমানতে পৌল পাঁচনিৰ বিবৰন লিখিবলৈ এৰিলোঁ ।

ন. ন. ব্ৰ



## ৰফ অৰ্থাত পাখি মালা লোআ চৰাই ।

The Ruff and Reeve.

ৰফ নামে এই চৰাইৰ তিনিৰ পাখিবোৰ থক উঠাত ফুবুৰিয়াই থাকে । সেই পাখি এপ্ৰিলৰ পৰা জুনলৈকে থাকে, পাচে খহি পৰে । মাইকিৰ তিনিত এনে পাখি নাই । সেই চৰাইৰ মঙহ খাবলৈ ভাল; লণ্ডন নগ-ৰৰ বজাৰত বেচে । জাৰ কালিত ইংলণ্ডত নে থাকে, গৰম দেসলৈ জাই, পাচে এপ্ৰিলত ইংলণ্ড আদি উত্তৰ দেসলৈ জাই । এই চৰাই বৰ বলুআ । সিইতে বাস লবৰ ঠাই পালত মতাবোৰ কোনো কোন্নে হাকলু বা আন ওখ মুকলি ঠাইত থাকি জেতিয়া মাইকি-বোৰ আহে তেতিয়া জুধ কৰিবলৈ ধৰে । মতাবোৰে দিনটো সদাই জুধ কৰি থাকে, ৰাতিত পথাৰত ফুৰি পোক আদি জি পাই, তাকে খাই । মাইকিবোৰে পথাৰত বাঁহ এসো-পাত বাহ লই; গাই পতি ৰঙ্গা ফুট থকা কেঁচা বৰনিয়া ৪ টা ৪ টা কনি পাৰে ।

ৰৈপ নামে নুজিলণ্ড প্ৰদিপত এবিধ মৌপি-য়া চৰাই আচে; তাৰ নকচা মেই মাহৰ অৰুনোদইৰ ৭৪ পিঠিত লিখা আচে । তি-নিৰ তলে এসোপা বগা পাখি আচে । তাৰ মাতো বৰ সুন্দৰ ।

## ডিচেম্বৰ, অৰ্থাত পুহৰ পঞ্জিকা ।

**Almanac for December, A. D. 1854. Asam Era, 1776.**

| ডিচেম্বৰ | আঘোণ | বাৰ | তিথি | দিনমান | ডিচেম্বৰ | পুহ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৭ | ৬ | ১২ | ১০।২৫ | ১৭ | ৩ | ১ | ২৭ | ১০।১৯ |
| ২ | ১৮ | ৭ | ১৩ | ১০।২৪ | ১৮ | ৪ | ২ | ২৮ | ১০।১৮ |
| | | | | | ১৯ | ৫ | ৩ | ৩০ | ১০।১৮ |
| ৩ | ১৯ | ১ | ১৪ | ১০।২৩ | ২০ | ৬ | ৪ | ১ | ১০।১৮ |
| ৪ | ২০ | ২ | ১৫ | ১০।২৩ | ২১ | ৭ | ৫ | ২ | ১০।১৮ |
| ৫ | ২১ | ৩ | ১৬ | ১০।২২ | ২২ | ৮ | ৬ | ৩ | ১০।১৮ |
| ৬ | ২২ | ৪ | ১৭ | ১০।২২ | ২৩ | ৯ | ৭ | ৪ | ১০।১৮ |
| ৭ | ২৩ | ৫ | ১৮ | ১০।২১ | | | | | |
| ৮ | ২৪ | ৬ | ১৯ | ১০।২১ | ২৪ | ১০ | ১ | ৫ | ১০।১৮ |
| ৯ | ২৫ | ৭ | ২০ | ১০।২১ | ২৫ | ১১ | ২ | ৬ | ১০।১৯ |
| | | | | | ২৬ | ১২ | ৩ | ৭ | ১০।১৯ |
| ১০ | ২৬ | ১ | ২১ | ১০।২০ | ২৭ | ১৩ | ৪ | ৮ | ১০।১৯ |
| ১১ | ২৭ | ২ | ২২ | ১০।২০ | ২৮ | ১৪ | ৫ | ৯ | ১০।১৯ |
| ১২ | ২৮ | ৩ | ২২ | ১০।২০ | ২৯ | ১৫ | ৬ | ১০ | ১০।১৯ |
| ১৩ | ২৯ | ৪ | ২৩ | ১০।১৯ | ৩০ | ১৬ | ৭ | ১১ | ১০।২০ |
| ১৪ | ৩০ | ৫ | ২৪ | ১০।১৯ | | | | | |
| ১৫ | ১ | ৬ | ২৫ | ১০।১৯ | ৩১ | ১৭ | ১ | ১২ | ১০।২০ |
| ১৬ | ২ | ৭ | ২৬ | ১০।১৯ | | | | | |

**AGENTS FOR THE ORUNUDOI.**

Subscriptions to the Orunudoi, and payment of all sums due, will be received by the undermentioned individuals, who will act as Agents for the paper in their respective Districts.

*Sibsagor*, Rev. S. M. Whiting.
*Nowgong*, Rev. M. Bronson.
*Gowahati*, Rev. A. H. Danforth.

## অৰুনোদইৰ অৰ্থে ধন পোৱা ৰচিত ।

**Receipts for the Orunudoi—Nowgong.**

| | |
|---|---|
| Major J. Butler, to Sept. 1855 | 1 R. |
| Rev. I. J. Stoddard, 1854 | 1 R. |
| Babu Anondoram, Sub Assistant Commissioner, 1851—54 | 4 Rs. |
| J. H. Pingault, Esq. | 1 R. |
| Mr. A. Barbiro, | 4 Rs. |
| শ্ৰী ভোলাৰাম, ১৮৫৩-৫৪ | ২৲ |
| শ্ৰী গেন্দেৰাম, | ১৲ |

**Receipts for the Orunudoi—Tezpur.**

| | |
|---|---|
| Lieut. F. F. Vincent, | 9 Rs. |
| Rev. C. H. Hesselmeyer, 1854 | 2 Rs. |
| শ্ৰী বেঞ্জামিন নিংকুচিন, ১৮৫৪ | ১৲ |
| শ্ৰী শ্ৰীগবিন্দ বিশ্বাস কৌজদাৰি চিৰস্তাদাৰ, | ৬৲ |
| শ্ৰী সত্ৰুৰাম পাটগিৰি, | ৬৲ |

**Receipts for the Orunudoi—Gowahati.**

| | |
|---|---|
| শ্ৰী গোলাপ চান্দ্ পাটৈ, অক্তো ১৮৫৪ | ১৲ |

**Omissions in former Numbers.**

| | |
|---|---|
| Major J. Butler, to Sept. 1854 | 1 R. |
| J. B. Barry, Esq. M. D. 1854 | 1 R. |
| শ্ৰীযুত কানুৰাম নাজিৰ, নগাও | ১৲ |
| শ্ৰীযুত বাবু নিধিৰাম দাস, ১৮৫৪ | ॥ |



চেনৰ দেশৰ গোসানিৰ মূৰ্ত্তি ।
The Chinese "Queen of Heaven."

এই অৰুনোদই শিৱসাগৰ ন্গৰত থকা মোং মিচনাৰিৰ আমেৰিকান বাপ্তিষ্ট মিচন ছাপাখানাতে ছাপা কৰা হৈছে । আনিতে দিলে বছৰত দাম এটকা, বছৰৰ মূৰত দিলে ১॥ টকা ।

**THE ORUNUDOI,**

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, one and a half at the end of the year.*

অৰুণোদই

৯ বচৰ। মোং শিৱসাগৰ, ডিচেম্বৰ, ১৮৫৪। নম্বৰ ১২।

VOL. IX. SIBSAGOR: DECEMBER, 1854. NO. 12.

## নানা দেশৰ সম্বাদ।

**The Russian War.**

অষ্ট্ৰিয়াৰ ৰজা ইংলণ্ড ফ্ৰান্সৰ ফলিয়া হৈ সেনা সৈনাপতি পঠাই মলদাবিয়া প্ৰদেশ ললে। ৰুচিয়া দেশৰ ৰজা ৰুচিয়াৰ ফলিয়া হৈছে যুদ্ধ যাত্ৰা চলিচে।

**Battle of the Alma.**

ক্ৰিমিয়া প্ৰদেশৰ চেবাষ্টপল নগৰ আৰু কোঁঠ বৰ সকত, ৰুচিয়াৰ ফৌজে বাম ফালে বাধি আছে, আৰু সাগৰৰ ফালে জাহাজ সোমোৱা বৰ কঠিন, তাৰ মুঁতি বৰ ঠেক, আৰু দুয়ো ফালে গৰাৰ ওপৰত তালেমান বৰ টোপ পাতি আছে। জাহাজেৰে জাৰলৈ চলে পাই ইংৰাজি আৰু ফ্ৰাঞ্চি সেনাই ১৬ চেপ্তেম্বৰত আন ঠাইত নামে উঠি উত্তৰৰ পৰা চেবাষ্টপল নগৰলৈ চাপি আহি আলমা নামে এখান নদি পোৱাত ৰুচিয়াই আগচি ধৰিলে। নদিৰ পাৰ হলত ২০ চেপ্তেম্বৰত বৰ যুধ হৈছিল। ৰুচিয়াৰ ৫০,০০০ সেনা ১০০ বৰ টোপে সৈতে ওখ ঠাইত্তে বৈ গুলিয়াবলৈ ধৰিলে; কিন্তু ইংৰাজি, ফ্ৰাঞ্চি, তুৰ্কিবিলাকে গৈ গৈ ক্ৰমেৰে সেই ওখ ঠাই পালেগৈ। সেই ঠাই উঠোঁতে ৰুচিয়াৰ গোলাবে দুই পলটন পৰিল; ঠাই পালত বেগাই যুধ ধৰি সোন কালে ৰুচিয়াক খেদালে; ৪ ঘণ্টা মানত সিইতে বৰ টোপ লগত লৈ হৰকি গল। সেই যুধত ইংৰাজি হানি মৰা ৩৫০, আৰু ঘুন হোৱা ১৬০০; ফ্ৰাঞ্চিৰ হানি ১৫০০; ৰুচিয়াৰ হানি প্ৰায় ৬,০০০।

এই ৰূপে চেবাষ্টপল নগৰ বেৰি ধৰি চাপি চাপি আহি সেনাবিলাকে ২২ চেপ্তেম্বৰত আকও যুধ কৰিলে; ২৪ তাৰিখে সহ সহ কোঁঠ ললে, প্ৰধান কোঁঠ ৰুচিয়াৰ হাতত থাকিল: তাকো দুই তিন দিনৰ ভিতৰত লবলৈ আশা আছিল। ৰুচিয়াৰ প্ৰধান সেনাপতি মেঞ্চিকফ ২০,০০০ সেনাই সৈতে উত্তৰ ফাললৈ হৰকি গল। চেবাষ্টপল প্ৰধান নগৰ পোৱাত ক্ৰিমিয়া গোটেই খন প্ৰদেশ ইংৰাজি আৰু ফ্ৰাঞ্চিৰ তল হব।

**Burmese Embassy to the Governor General.**

মান ৰজাই এজন প্ৰধান কটকি গৱৰ্ণৰ জেনৰল লৰ্ড চাহাবৰ ওচৰলৈ পঠোৱাত, কটকি আহি ৰাংগুন নগৰ পালে। ৰাংগুন আৰু প্ৰোম, এই দুই নগৰৰ মাজত ইলেক্ট্ৰিক টেলেগ্ৰাফ পাতিবলৈ আৰম্ভন কৰিচে।

২৮ নবেম্বৰ তাৰিখত সেই কটকিএ কলিকতা পালেহি।

**Remains of Sir John Franklin found near Pelly Bay.**

৮।৯ বচৰ হল, চেৰ জন ফ্ৰাঙ্কলিন চাহাবে উত্তৰ হিম সাগৰলৈ জাহাজেৰে গল। পাচে তেঁওৰ বাত্ৰা পাব নোৱাৰি, তেঁওক বিচাৰিবলৈ বহু জাহাজ গৈছিল, কিন্তু কতো নে পালে। সেসত উত্তৰ আমেৰিকাৰ আদি বাসি লোকে পেলি বেই নামে এক ঠাইত ফুৰোঁতে দুকুৰি মান মৰা মানুহৰ হাৰ পালে। পাচে তাৰ বাত্ৰা দিয়াত কোনো ইংৰাজি লোকে গৈ চেৰ জন ফ্ৰাঙ্কলিন আৰু তেঁওৰ লগৰ মানুহৰ হাৰ বুলি ঠিক কৰি বুজিলে। সেই চাহাবৰ

নকচা ১৮৫১ চঁকৰ নৱেম্বৰ মাহৰ অৰুণো-দইত লিখা হৈছিল ।

Murder of Roman Catholic Missionaries by the Mishmis.

পাদুৰি ক্রিক চাহাব আৰু পাদুৰি বৰ্নাদ চাহাব, এই দুজন ৰুমিয়া পাদুৰি লোকে তি-ৰেত দেসলৈ জাবৰ মনেৰে মিচিমি পৰ্বতত উঠি গৈ গৈ প্ৰাই পাৰ হল । এনে সময়ত ৰাতি সৰু ঘৰত থাকি একজন টৌপনিতে আ-ছিল, একজন গাৰে আছিল, তেতিয়া একাৰু মা-নুহ সোমালহি । পাদুৰি চাহাবে সিহঁতত সুধি-লে, তোমোলোক কি কাৰনে আহিচা? তাতে সিহঁতে বুলিলে, তোমোলাকক মাৰিবলৈ আ-হিচোঁ বুলি একে বেলিএ কাটি দুই জনক বধ কৰিলে । সেই চাহাবৰ লগত চাকৰ কোনো নাই, কেবল এটা দুটা ছিলৈ আছিল, আৰু স চাৰেক ৰুপো আছিল । আৰু পিতলৰ জি বাটি আছিল, সেইবোৰ সোঁন বুলি জানি, সোন ৰুপ ভালেমান পাম, ইয়াকে ভাবি মিচিমিএ ধনৰ লোভতে বধ কৰিলে ।

Consumption of Tea in England.

ইংলণ্ড দেসত এবচৰৰ ভিতৰত ২,৭৭, ৭৪,০০০ সেৰ চাহ খৰচ হৈছে । সেই চাহৰ ওপৰত গবৰ্নমেণ্টে ৫,৮৮,০০,০০০ টকা কৰ পালে ।

Steam-boat Collision.

আৰ্ক্তিক নামে আমেৰিকাৰ এখন ভাপ জা-হাজ নুফন্দলণ্ড মাজুলিৰ ওচৰে কাঁওতে এখান ফ্ৰান্সি ভাপ জাহাজ আহি খুন্দা খালত আমে-ৰিকান জাহাজ ভাগি তাত থকা ৪০০ মানুহে সৈতে তল জোআত সেই ৪০০ মানুহ মৰিল ।

Floods in Rongpur, Bengal.

এই কথা ৰঙ্গপুৰ বাৰ্ত্তাবহত পাইচোঁ । এই বচৰত ভাটি ৰঙ্গপুৰত বৰ বন্তাহে গৰু, মানুহ হাবিৰ নানা জন্তু আদি অনেক মাৰিলে, আৰু বাহিৰি পানিএ অনেক সহৰিলাকো নষ্ট কৰিলে ।

Affray at Rongpur.

সেই ঠাইতে মুচলমানবিলাকে মহৰমত তাজিয়া কৰোঁতে কোনো কথাৰ পৰা সিহঁতৰ মাজত দন্দ হৈ প্ৰাই ৰনৰ নিচিনা হবলৈ ধৰিছিস, কিন্তু জিলাৰ শ্ৰীজুত মাজেষ্টৰ চাহা-বে দাৰোগাবিলাকক পঠাই সুমেৰেহে নিবা-ৰন কৰালে ।

Bridge across the Hugli.

হুগলি নদি পাৰ হবলৈ কলিকতাৰ ওচৰত নাও জোৰাই জোৰাই তাৰ ওপৰত দলঙ্গ সা-জিবলৈ খিৰ কৰিচে ।

Marriages.

নগাঁও জিলাত ১২ চেপ্তেম্বৰ তাৰিখত শ্ৰীজুত ব্ৰুন্সন চাহাবৰ দোআৰাই শ্ৰী মগনা ক্ৰেইন আৰু শ্ৰীমতি পত্তানি এৰঙ্ক, এই দুইবো বি-বাহ কৰা হল ।

সেই জিলাত ২০ নবেম্বৰ তাৰিখত শ্ৰী কে-দেলা টেইলৰ আৰু শ্ৰীমতি ৰচৌ কেম্‌তন, এই দুইবো বিবাহ হল ।

সিৱসাগৰ জিলাত ৯ নৱেম্বৰ তাৰিখত শ্ৰী থান ৰিচাৰ্দ এতি আৰু শ্ৰীমতি পাৰ্ভে এমিলি এই দুয়ো শ্ৰীজুত ব্ৰুওন চাহাবৰ দোআৰাই বিবাহ কৰা হল ।

আৰু এই জিলাত ১২ ডিচেম্বৰতো শ্ৰী দেহি-ৰাম আল্‌ফৰ্দ বেনেট আৰু শ্ৰী মতি সুপাহি ৰদা ব্ৰুন্সন, এই দুইবো বিবাহ কৰা হল ।

## মিচা বাদি ।

On Lying.

১ সত্য হৈ ইশ্বৰে
ঘিন কৰে মিচামই;
ভাবি কোআ জি ম্বতাৰে,
তাতকৈ পাপ কি আচই?

২ চলে কোনো কথা
লুকাই থই সাধ্য নাই;
ইশ্বৰলৈ নিচই প্ৰকাস,
তেঁও আচে সকল ঠাই ।

৩ দেখাৰ অৱস্যে
মহা সোধৰ দিনত;
জিটোএ হল গোপনিয়
চুকাবৰ আস মনত । D.



## চেলাৰ বিবৰন ।

Description of the Asiatic Centipede.

চেলাৰ কেইবা জাতো আছে; এজাত পৰ্বতিয়া চেলা, সি বৰ ডাঙ্গৰ, ৰবন প্ৰাই পেটৰ ফাল হালধিয়া, পিঠিৰ ফাল মহা, আৰু তাৰ বিসো ডাঙ্গৰ । এজাত মানুহৰ ঘৰ চাল আদিত থাকে, ই পৰ্বতিয়া জাতিতকৈ কিচু সৰু, ইয়াৰো বিস আচে; জেতিয়া মানুহ ৰাতি টোপনিত থাকে, কেতিযাবা কেতিয়াবা সি আহি মানুহৰ গাত ৰগাই ঘাম আৰু মলি খাই, মানুহে বাগৰ দিওতে টান পালে কামোৰে ।

এজাত মাটি চেলা, সি মাটিতহে থাকে, তাৰ বিসো প্ৰাই নাই । আৰু পৰ্বতিয়া জাতি প্ৰাই আমাৰ ইয়াত নে থাকে, কেতিয়াবা কদাচিতহে কোনোটো ওলাই, তাৰ বিসো আনবোৰতকৈ ডাঙ্গৰ, তথাপি মানুহক কামুৰিলে প্ৰাই ন মৰে । ই কেই জাত সকলো ঠাইতে থাকে । চেলাৰ ঠেঙ্গ দুফালে দুসাৰি, সাৰিত ২১ টা থাকে, মুৰত দুডাল জৰ নিচিনা আচে, গাটো ফাপ ফাপ প্ৰায়ে সাপৰ তল পেটৰ নিচিনা হই । সিইতে দিনত ৰৰকৈ নু ফুৰে, ৰাতিহে ফুৰি খোআ বস্তু বিচাৰে । আৰু জাবৰত, চালৰ বেচাত, মাটিত কনি পাৰি পোআলি জগাই । সিইতৰ খোআ বস্তু সৰু সৰু পোক মৰুহ আদি হই ।

আৰু এজাত সৰসতি চেলা বোলে, সি নিচেই সৰু, প্ৰায়ে এডাল খেৰৰ মানহে । জদি সি মানুহৰ গাতে ৰগাই, হাতেৰে মোহাৰেই তথাপি নে কামোৰে; আৰু তাৰ বিসো নাই । গাটো কেবল কোমল, মোহাৰ মাৰিলেই পানি হৈ জাই; ৰাতি তাক চুলে, বা মোহাৰিলে, তাৰ গাৰ ৰস ওলাই জুই আঙ্গনিৰ নিচিনা জিলিকিব ধৰে ।

চেলা জাতিএ মানুহক হিংসা কৰে. আৰু পোহনিয়া ভাঁটো আদি চৰাইবোৰো ৰাতি কামুৰি মাৰে । জেতিয়া চেলাই কামোৰে, তেতিয়া বেগতে পানি কচু এডাল লৈ চেপি তাৰ এঁঠা এটোপা কামোৰা ঠাইত সানি দিলে বিস গচিব ।

চেলাৰ মুখৰ তলত থকা দাঁত এজোৰৰ মাজত এটা মোনা আচে; সেই মোনা বিসেৰে পুৰ হই । চেলাৰ খঙ্গ উঠিলে একে বেলিএ কামোৰ মাৰি মানুহৰ গাত সেই বিস পানি সুমুআই দিএ । কেতিয়াবা বৰ চেলাই কামোৰাত মানুহ মৰে । কেইবা বচৰ গল, বস্তন নগৰলৈ এখান জাহাজত পছৰ চাল নিয়াত তাত থকা এজন মানুহে সেই চালবোৰ উলিয়াওতে চেলা নে দেখা হৈ থাকি সেই মানুহক কামুৰিলে; অলপৰ পাচে সি তাৰ বিসত মৰিল । এবেগত মান দিঘল চেলা পোআ জাই । উলুআ নামে এজন ইস্পানিয়া মানুহে লিখিচে, বোলে, দখিন আমেৰিকাত মই এটা চেলা পাই জুখিলোঁ, তাৰ দিঘল ২ হাত, বহল ৬ আঙ্গুল ।



## এটা বাঘে মানুহ গৰু মৰা ।

Letter from the Daroga of Jaipur.

মহা মহিম শ্ৰীযুক্ত অৰুনোদই সম্পাদক মহাশই মহিমার্নবেষু ।

আমাৰ জইপুৰ থানাৰ এলেকাই এটা বাঘে অতি কঠিন বেৱহাৰ কৰা দেখি অৰুনোদইত চাঁপিবৰ নিমিত্তে আপোনাৰৈ জনালোঁ ।

জোআ আগষ্ট মাহৰ ২৮ তাৰিখে ৰাতি সাত বজা মানৰ সময়ত তিজ খাঙ্গৰ ফালে কচলু গাঁৱৰ টেলেক বাৰিকৰ কুঁহিয়াৰনিৰ পৰা এটা বাঘ ওলাই সেই বাৰিকৰে গোহালিত সোমাই এটা দমৰা গৰু মাৰিলে; তেতিয়াই মানুহে জুই লৈ চাবলৈ জাঁওতে বাঘক গোহালিতে পাই ভোগ সাজতোলা নামে এটাই এডাল টাঙ্গোনেৰে বাঘক তিনি মাৰ মাৰিলত আকও বাঘ গৈ সেই কুঁহিয়াৰনিতে সোমালগৈ । পাচ দিনা সন্ধ্যা সময়ই কুঁহিয়াৰনিত বাঘে গুঁজৰিলত আঁতৰি জাবলৈ টেলেক বাৰিকে ঘৰৰ ভিতৰত ৰহি ঢোল কোবাইচিল, এনেতে বাঘ কুঁহিয়াৰনিৰ পৰা ওলাই আহি দুই ঘৰৰ জোৰাই জাপ মাৰি ভিতৰলৈ সোমাই ঢোল বজাই থকা টেলেকক ধৰি মূৰত কামোৰ মাৰি মূৰ ভাঙ্গি বাহিৰৰ খোঁটালিলৈ টানি আনিচিল, এনেতে ঘৈনিএক জুৰনি আৰু পুতেক দুয়ে কেনি নিলে, বুলি খেদি জোআত, জুৰনিৰ বা বিচনিতে কামোৰ মাৰি ধৰাত পুতেকে এডাল কাঠ লৈ বাঘক তিনি চাৰি টাঙ্গোন মৰাত বাঘে মানুহ এৰি বাহিৰলৈ গল । জুৰনিও ভোগ সাজ তোলাৰ ঘৰত সোমাই কিচুমানৰ পাচতে মৰিল । পাচে গাঁৱৰ মানুহ চাপি টেলেকৰ স টো তাৰ ঘৰৰ মুখৰ খোঁটালিতে থৈ, এপোনে বেৰ, তিনি পোনে জালেৰে মেৰাই বেৰি, টেলেকৰ পুতেককে ভোগ সাজ তোলাকে ৰখিয়া দি, আন মানুহ ঘৰলৈ গল । পাচে ৰাতি দুপৰ মানৰ সময়ত বাঘ আহি জি পোনে জাল নাইকিয়া কেৱল বেৰ আচিল, সেই পোনেই বেৰ ভাঙ্গি ভোগ সাজ তোলাৰ মূৰতে কামোৰ মাৰি ধৰি বাজলৈ টানি নিওতে, টেলেকৰ পুতেকে জাঠি এগচ লৈ বাঘক খোঁচ মাৰিলে, কিন্তু বাঘৰ গাত বে জাপি বেৰত লাগি জাঠি গচ ভুলকি বল; তথাপি জাঠিৰ নালটেৰেই চাৰি পাঁচ খোঁচ বাঘৰ গাত মাৰিলত মানুহটো এৰি বাঘ বাহিৰলৈ গল । পাচ দিনা তিনটা মানুহ মৰা দেখি গাঁৱৰ সকলো মানুহে বস্তু, বাৰি, গৰু আদি আটাইকে এৰি ভাগি আন গাঁৱলৈ গুচি গল । আৰু টেলেকৰ গোহালিত পোন্ধৰেটা গৰু আচিল, তাক পহু জালেৰে চাৰিও ফালে মেৰাই বাহিৰে গোটা বাঁহ বান্ধি তালকৈ বেৰি থৈচিল । ৰাতি বাঘ আহি বেৰ ভাঙ্গিব নোআৰি চালৰ ওপৰে ফালি সোমাই চৈধ্যটা গৰু মাৰি, এটাৰ তপিনা এটা খাই ৰাতি পুআলত এৰি গুচি গল । ত্ৰিতিয় দিনা দিনতে বাঘ ভোগ সাজ তোলাৰ ঘৰত সোমাই হাঁহ, কুকুৰা, কুকুৰ আদি সকলোকে খাই, তিন দিনলৈকে বাঘ ঘৰৰ ভিতৰতে আচিল, মানুহবোৰে ভয়তে ঘৰলৈ জাব নোআৰি থাবলৈ নে পাই আমাত গোচৰ কৰাত, আমি দুটা হিলৈ খাৰে গুলিএ লৈতে দি চিকাৰ কৰা তিনটা লোঅনিয়া মানুহ বাঘ মাৰিবলৈ পঠাই দিলোঁ । সিইত গৈ বাঘক ঘৰৰ ভিতৰত নে পালেগৈ, ঘৰৰ পৰা হাৰিলৈ গল । আৰু সিইতৰ সাহতে মানুহবোৰেও আহি এৰা গাঁও লৈচেহি ।

---



আর্মদিলো নামে এই জন্তু পাৰাগৈ আৰু ব্ৰাজিল দেসত থাকে । কেমটাই পহুৰ নিচিনা হৈচে; তাৰ গা দু হাত মান দিঘল ।

## কেনেকৈ নতু মোশেশৰ কথা।

**Moses in the Bulrushes.**

[illegible] ত্তেঁওৰ জ্যাকেক মৰাৰে কেনে আৰম্ভেৰে অনেক কাললৈকে মিচৰ দেশত বসতি কৰিছিল, তাক তোমোলোকে শুনিলা। পাচে সিবিলাক দুৱা হৈ মৰিলত অনেক সন্ততি থাকিল; আৰু সিবিলাকৰ সন্ততি সকলৰ অনেক সন্ততি আছিলে, এই ক্ৰমেৰে সিবিলাকৰে স স আৰু হেজাৰ হেজাৰ লোক হল। এই সকলো য়াকোব আৰু তেঁওৰ বৰ নাতিএকৰ আৰু সিবিলাকৰ নাতিএক সকলৰ লোক আছিল।

য়াকোবৰ দুটা নাম আছিলে বুলি তুমি জানিছা নে?

তেঁওৰ অন্য এটা নাম ইস্ৰাএল। সেই নাম ঈশ্বৰৰ পৰা দিয়া হৈছিল।

য়াকোবৰ পুত্ৰ সকলোকে ইস্ৰাএলৰ সন্ততি বা য়াকোবৰ সন্ততি, আৰু তেঁওৰ নাতিএকবিলাককো এই একে নামেৰে "ইস্ৰাএলৰ সন্ততি" বুলি মাতে। পুৰুষ আৰু তিৰোতা আৰু লৰা চোৱালিবিলাক আটাইকে মুঠতে "ইস্ৰাএলৰ সন্ততি" বোলে।

তুমি সুধিবা, সিবিলাক কিনান দেশত বসতি কৰা নাই; বহু কাললৈকে কিনানত শস্য উতপন নো হোৱাৰ কাৰণে এৰিলে; সিবিলাকে মিচৰ দেশত বসতি কৰি মেৰ ভালকৈ চৰাই লৈ ফুৰাইছিল। উত্তম কাৰো ৰজা থকা সময়ত সিবিলাক বৰ সুখিয়া আছিল। তেঁওৰ মৰণৰ পাচে মিচৰ দেশত ফাৰো নামে আন এজন ৰজা হল। তেঁও কি কি কৰিছিল, তাক তুমি সুনিবা, পাচে তেঁও ভাল নে কি মোত কৰা।

ইস্ৰাএলৰ সন্ততিবিলাকক বহু দূৰৰ পৰা অহা জানি তেঁও কলে, সিবিলাকে কি জানি কোনো এদিনা মৱে সৈতে বন কৰি মোক আৰু মোৰ বন্দিবোৰকো মাৰিব। মই সিবিলাকক টান কাম কৰাই বধ কৰিবলৈ চেষ্টা কৰিম।

এই নিমিত্তে সিবিলাকৰ হতুআই অনেক ইটা কৰাই বৰ ওখ গৰ সজাবলৈ আগ্যা দিলে। সিবিলাকক টান কাম কৰাবৰ নিমিত্তে তেঁও সিবিলাকৰ ওপৰত টেকেলা পাতি দিছিল।

ইস্ৰাএলৰ সন্ততিবিলাকৰ মেৰ চৰোৱা ব্যৱহাৰ আছিল। মেৰ ৰখিয়াবিলাকে সিবিলাকৰ জাকবোৰক ঘাঁহ থকা পথাৰবোৰলৈ আৰু থিৰ পানিৰ কাষৰলৈ লৈ জাই, আৰু বৰ হলে সিবিলাক এজোপা গছৰ তলত চাঁত বহি থাকে। এয়ে বৰ ভাল কাম ন হই নে? কিন্তু ইস্ৰাএলৰ সন্ততিবিলাকে এতিয়া বোকা খান্দি ইটা কৰি বৰত দুকুআৰ লগিয়া হল; আৰু সিবিলাকে অনেক ইটা ন কৰিলে টেকেলাইতে মাৰে। এই হেতুকে সিবিলাকৰ এতিয়া একেৰিও সুখ নাই কিয়া হল; সিবিলাকে সদাই হুমনিয়াহ কাঢ়ে, আৰু কৈকাই, আৰু চকুৰ লো বৈ থাকে।

তথাপি এই টান কামেৰে সিবিলাকক মাৰিব নোআৰিলে; এই নিমিত্তে ৰজাই মনতে আন এটা কথা আলচিলে। তেঁও আটাই কেঁচুআ লৰাক পানিত পেলাই দিবলৈ আগ্যা কৰিলে। কিন্তু কেঁচুআ চোৱালিবোৰক পেলাবলৈ আগ্যা নি দিলে, কিয়নো সিবিলাক ডাঙৰ হলে বন কৰিব নোআৰিব।

তেতিয়াই বা হওক ৰজাই ইস্ৰাএলৰ সন্ততিবিলাকৰ কেঁচুআ লৰা জনমা কথা সুনিলেই মানুহ পঠাই নৈত পেলাই দিয়াই।

ইস্ৰাএলৰ সন্ততিবিলাকৰ মাজৰ কেঁচুআ লৰা এটি থকা ভাল তিৰোতা এজনি আছিল। তাই জানিছিল, জে ঈশ্বৰেহে তাইৰ লৰাটিক কুশলে ৰাখিব পাৰিব, আৰু তাৰ কাৰণে ঈশ্বৰলৈ প্ৰাৰ্থনা কৰিলে। তাই কেঁচুআটিক কাৰো ৰজাৰ মানুহে পাব নোৱাৰাকৈ লুকাই ৰাখিছিল। তাই কত থৈছিল, তাক মই নে জানো, কিন্তু বৰ নিৰ্বিঘিনি ৰূপে ৰাখিবলৈ ঈশ্বৰেহে তাইক সিকাইছিল।

তেতিয়া কেঁচুআটি তিনি মহিয়া হল, তেতিয়া তাই আৰু তাক লুকাই ৰাখিব নোআৰিলে। তাইৰ কেঁচুআই সৈতে তাই কি কৰিব?

মিচৰ দেশত থকা ডাঙৰ নদিৰ বিসয়ে তুমি শুনিলা। সেই নদিৰ দাঁতিত বৰ বৰ ওখ তালেমান খাগৰি আৰু গোগোল বাৰ্হিছিল। তাই তাৰে কেতবোৰ গোগোল লৈ ভিতৰলৈ পানি সোমাব নোৱৰা এটা জঁপা সাজিবলৈ ইচ্ছা কৰাত ধুনা এঁঠাৰে এঁঠালে। পাচে তাইৰ কেঁচুআটিক জঁপাৰ ভিতৰ সুমুআই হাতত লৈ গল। সেই জঁপাৰ ভিতৰত কি আছিল, তাক কোনোএ নে জানিলে।

পাচে তাই নৈৰ কাষলৈ গৈ বৰ গোগোলনিৰ মাজত জঁপাটো পানিৰ কাষৰতে থলে। ইশ্বৰে তাইৰ লৰাটিৰ প্ৰান নাস হবলৈ নিদিব বুলি জানিলে; আৰু এই ৰূপে তেঁওত বিস্বাস ৰাখি তাক এৰি আহিল।

সেই কেঁচুআটিৰ বায়েক এজনি আছিল। তাই সেই কেঁচুআ ভায়েকটিৰ কি হব, ইয়াকে বহু দুৰত থিয় হৈ চাই আছিল। পাচে তাই অলপতে কোনো বিবিলোকক নৈৰ কাষলৈ অহা দেখিলে। ইবিলাকৰ মাজৰ এজনি ফাৰৌ ৰজাৰ কুঁঅৰি। আৰু তেঁওৰ লগত জোআৰোৰ তেঁওৰ বেটি; আৰু সিইঁত কুঁঅৰিএ নৈতে গা ধুবলৈ গৈছিল।

সেই কুঁঅৰিএ গোগোলনৈ চাই থাকোঁতে, তাৰ মাজত কিবা নতুন বস্তু ওলোআ দেখিলে। আৰু দেখিলতেই তেঁওৰ বেটি এজনিক মাতি কলে, লৌআ কি, চাগৈচোন। পাচে বেটি গৈ জঁপাটো পাই আনি কুঁঅৰিক দিলে। আৰু কুঁঅৰিএ জঁপা মেলি এটি সুন্দৰ কেঁচুআ লৰা দেখিলে। সেয়ে অতি চিকন আৰু বেথা লগা আছিল।

সি কান্দিবলৈ ধৰিলে। দুখিয়া সিসু! তাৰ মাকৰ কোলাত সোআ দস্তুৰ আছিলে, কিন্তু তাক এতিয়া আধাৰ দিবলৈ বা নিচুকাবলৈ তাত কোনো নাছিল। দুখিয়া লৰালৈ কুঁঅৰিৰ মৰম জনমিল। তেঁওৰ পিত্ৰিএ জি ৰূপে সকলো কেঁচুআক নৈত পেলাব দিছিল, তাক তেঁও সুনিছিল; আৰু তেঁও কলে, বোলে, এই কেঁচুআটি কোনো ইস্ৰাএলৰ সন্ততিবিলাকৰ এজনৰ হব পাই। তাই তাক পানিত পেলাই দিবলৈ তাইৰ ইচ্ছা নাই কিছিল।

সেই কেঁচুআৰ বায়েক ওচৰলৈকে আহি কুঁঅৰিএ জি কৰিছিল, তাকে চাই আছিল। কুঁঅৰিএ তাক মৰম কৰা দেখি তাই কলে, লৰাক পিয়াহ দিবৰ কাৰনে তোমাক জদি এজনি ধাই লাগে, তেন্তে মই বিচাৰি আনিব পাৰোঁ। কুঁঅৰিএ কলে, জোআ আনাগৈ।

তাই কাক মাতিলেগৈ? সেই কেঁচুআৰ মাকক। তাই আহিলত কুঁঅৰিএ কলে, এই লৰাক লোআ আৰু পিয়াহ দিয়া, পাচে মই তোমাক মহিনা দিম।

মাকে তাক সাৱধানে লৰালৈ কেনে আনন্দ পাইছিল! তাই চালে, জে ইশ্বৰে তাইৰ প্ৰাৰ্থনা সুনি লৰাক মৰনৰ পৰা ৰখ্যা কৰিলে।

তেঁও বুজিব পৰা হলত মাকে ইশ্বৰৰ বিসয়ে সিখ্যা দিব পাৰিলে। কিন্তু তাইক সদাই ৰাখিবলৈ দিয়া ন হৈছিল। ডাঙৰ হলত সেই কুঁঅৰিএ তাক ঘৰলৈ অনাই তোলনিয়া পুত্ৰ বুলি ৰাখিছিল। তেঁও তাৰ নাম "মোচা" ৰাখিলে, অৰ্থাত "টানি অনা," কাৰন তাক পানিৰ পৰা টানি আনিছিল।

সেই কুঁঅৰি সুন্দৰ ঘৰত থাকে, আৰু তালেমান বন্দিইঁত আছিল। মোচাৰ সুন্দৰ সুন্দৰ কাপৰ আৰু খাবলৈ উত্তম উত্তম বস্তু আৰু তেঁওৰ আল পৈচান ধৰিবলৈ অনেক বন্দিইঁত আছিল। তেঁওৰ কোনো স্ৰম কৰিবলৈ নাছিল; তথাপি তেঁও এলেহুআ ন হৈ অনেক ৰকম সিকিলে। সেই কুঁঅৰিএ গিয়ানি মানুহবিলাকক তেঁওক সিকাবলৈ দিলে।

তেঁও তৰা, গছ, চৰাই, আৰু গ্ৰহ আদি সকলোবে নাম জানিলে। তেঁও এই সকলো বিসয়ে সিকি গিয়ান হৈ উঠিল। তথাপি এই গিয়ানি মানুহবিলাকে তেঁওক ইশ্বৰৰ বিসয়ে সিখ্যা দিব নোআৰিলে, কিয়নো সিবিলাক দেও পুজক আছিল। কিন্তু তেও মোচাই তেঁওৰ পিত্ৰি মাত্ৰিএ সত্য ইশ্বৰক জনা হেতুকে আৰু সৰু থাকোঁতে সিবিলাকে নৈতে থকাৰ নিমিত্তে ইশ্বৰৰ বিসয়ে জানিলে। মোচাই অৰ্জা সকলো গিয়ানতকৈ কেৱল ইয়াকহে

উত্তম বুলি জানিলে । মিচৰ দেসত মোচাই সত্য ইশ্বৰক জনাৰ কাৰনে তেঁওহে গিয়ানি আচিল ।

তেঁও জেনে গিয়ানি আচিলে, তেনে সাহিয়ালো আচিল । মিচৰ দেসত থকা সকলো মানুহে তেঁওক প্রসংসা আৰু মৰ্জতা কৰে । মোচাৰ এই সকলোতে বল আচিল নে? নাচিল, আৰু কি কাৰনে নাচিল, তাক মই তোমাত পাচৰ পাঠত কম । ক.



The Crested Screamer.

ক্রিমৰ, অৰ্থাত চিয়ৰা পখি, এনে দুবিধ চৰাই আচে; এবিধৰ মুৰত সিঙ্গ থাকে । গিয়ানা, চুৰিনাম, ব্রাজিল দেসত ভালেমান আচে, তাত নিবাসি লোকে এই চৰাইক কামিচি বোলে ।

অ থকা চিয়ৰা পখি পাৰাগুই আৰু ব্রাজিল দেসত থাকে; ওপৰৰ নকচা তাৰে । তেঁউকাত আন দুটা দুটাকৈ থাকে । মতাই চায়া, চায়া, বুলি মাতে: মাইকিও চায়ালি, চায়ালি বোলে; সেই কাৰনে তাত নিবাসিও সেই চৰাইক চায়া বোলে ।

## ৰিচ বিচাৰ্দৰ দ্রিষ্টান্ত বচন ।

**Poor Richard's Sayings.**

এনে সাসন কৰ্ত্তাক অতি কঠিন বুলি ভাবিব পাৰা, জি আপোনাৰ প্রজাৰ পৰা দহ ভাগৰ এভাগ কৰ তোলে; কিন্তু আলাহিয়াই কৰ দিলে অধিককৈ দিচো হেন বুলি ভাবে । আলাহ সকলো ৰোগৰ মুল, সি মানুহৰ আয়ুসকো চুটি কৰে ।

সদাই বেৱহাৰ কৰা চোৰানি দেখা কেনে চাক, সুমৰ দোৱাৰাই খই ছোআতকৈ; আলাহে মামৰে খাই খই নিওআৰ দৰে সিঘু সিঘু খই নিয়াই ।

তুমি জদি প্রানক প্রেম কৰা তেন্তে তুমি সময় এনেই নে খেদিবা, কিয়নো সেয়ে প্রানৰ বস্তু । সুই থকা সিয়ালে একো হাই, পাব, ধৰিব নোআৰে; মৈদামত আমি প্রচুৰ মতে বিস্রাম পাম, এই কথা পাহৰি আমি টোপনিতে কিমান সময় খেদাওঁ ।

সকলো বস্তুতকৈ জদি সময় বহু মুল্য হই, তেন্তে নষ্ট হোআ সময় খনি সেয়ে অত্যন্ত হানি । সময় গলে আৰুও উভতি নো পোআ অধিক সময়ক অলপ হেন বুলি ভাবিবা । উঠা, সকলোএ অভিপ্রায়েৰে কৰ্ম কৰা, এই ৰূপে সুমেৰে কৰ্ম কৰিলে, অলপ উদ্বিগ্ন চিত্তেৰেই কৰ্ম কৰিব পাৰিবা ।

আলাহ কৰিলে সকলো কৰ্মকে কৰিবলৈ কঠিন হেন পোআ জাই; কিন্তু সুমে সকলোকে সহজ কৰে । জেয়ে পলমকৈ উঠে, সি দিনতো বনক খেদি খেদি গৈও লগ নে পাই সি ৰাতিও আপোনাৰ বনক কদাচিতো কৰি এঁটাব নে আৰে ।

আলাহিয়াক, দৰিদ্রুই সিঘু লগ পাই ।

তোমাৰ বনক তুমি ঠেলা, কিন্তু সি তোমাক ঠেলিবলৈ নি দিবা ।

সোন কালে সুই সোন কালে উঠন, সবিল হই নিৰোগি, হই গিয়ান আৰু ধন ।

আমাৰ আসা আৰু অভিলাস সিধি হোআ সময়ৰ আগন্তুক দেখোঁ জদি, জাঁহা, তেন্তে হাত ভৰি লবাই সময়ক উত্তম ৰূপে বেৱহাৰ কৰোঁ ।

সুমে আলাপালি বাট চাই নে থাকে, কিন্তু জেয়ে আলা পালি বাট চাই থাকে, সি তোকভেই থাকিব লাগিব ।

তোমাৰ মাটি আচে জদি হাজেৰে ভাত সহাই দিয়াগৈ, আৰু চতুৰ বুধিৰে কৰ দিয়া। জাৰ বেহাৰ বেৰসাই আচে, তাৰ লেয়ে সম্পত্তি, কিন্তু সুমেৰে বেহাৰ বেৰসাই কৰিলেহে তাৰ সকলো ভাল হব ।

জাৰ চাকৰি কৰ্ম্ম আচে, তাৰো লেয়ে বৰ সম্পত্তি; কিন্তু সিও সুম পূৰ্ব্বক কৰ্ম্ম কৰোক, তেনে ন হলে চাকৰিএও, কিম্বা বেৰসায়েও কৰ দিবলৈ অপাৰক হব ।

জদি আমি সুমি লোক হঁও, তেন্তে তোকত আমি কেতিয়াও ন মৰোঁ ।

সুমিএ লোকক ধাৰ দিএ, নিৰলাই তাক একো কৰিব নোআৰে ।

বমুআৰ ঘৰত তোকে ভুমুকিয়াই চাই হই, কিন্তু সোমাবলৈ সাহ নে পাই ।

জদি তোমাৰ ভঁৰাল নাই, কিম্বা তোমাৰ কোনো ধনৱন্ত গিয়াতিএও তোমালৈ একো সম্পত্তি এৰি থৈ জোআ নাই; তেন্তে সুম কৰা, সুখৰ মাক সুম, ইশ্বৰে সুমিক সকলো বস্তু দিএ ।

আলাহিয়াই টোপনিত উম লগাই সুই থাকোঁতেই তুমি গৈ পথাৰত দকৈ হাল বোআ, তাতে তোমাৰ সহ লোকত বেচিও আপোনালৈকো ৰাখিব পাৰিবা ।

আজি কৰিব পৰা বনক কাইলৈ কৰিম বুলি নেৰিবা ।

গাত কাপৰ মেৰাই লৈ হাত সাবটি উম লগাই বন ন কৰিবা; মেকুৰিএ কেঁচুৰ গাতত এন্দুৰ ধৰিব নোআৰে ।

তুমি নিৰ্ব্বলি, কৰিবলৈ বহু বন আচে; কিন্তু নে ভাগৰাকৈ স্রাতে থিৰ হৃপে লাগি থাকা, তেহে তাৰ ফল দেখিবলৈ পাবা; কিয়নো নিতৌ পৰি থকা পানিৰ টোপাই সিলকো খই নিয়াই, সুম আৰু ধৌৰ্জৰে জাহাজত থকা এন্দুৰেও খাবলৈ পাই ।

ফুঠাবৰ সৰু সৰু কোবেৰে অতি বৰ ব্রিহত গচকো ক্রমে বগৰাব পাৰি ।

কি জানি তুমি ভাবিব পাৰা বুলি তেনেকৈ সুম কৰিলে দেখোন মোৰ আজৰি এক্ষেৰিও নাই, মোৰ মিত্র মই তোমাক কঁও; জদি তুমি আজৰি পাব খোজা, তেন্তে সময় উত্তম মতে বেৱহাৰ কৰা; তুমি জদি এক নিমিস বো নিচই কৰিব নোআৰা, তেন্তে তাক এৰিও নি দিবা । ৰ. ন.

---

## পেংগুইন চৰাইৰ নকচা ।

The Penguin.

এই চৰাইৰ সৰু সৰু পাখি আচে, কিন্তু উৰিব নোআৰে । ভৰিৰে থিয় হৈ চলি জাই, ২ হাত মান ওখ । পাটাগনিয়া দেস আৰু মালুনিবোৰত হেজাৰ হেজাৰ জাক হৈ থাকে । মাইকিএ এটা এটাকৈ কনি পাৰে; তাৰ কনি ৰাজ হাঁহৰ কনিতকৈ দুগুন মান ডাঙৰ ।





## নাদিৰ স্যা বাদস্যাৰ বিবৰন ।

Nadir Shah, Emperor of Persia.

খোৰাচান দেশৰ মেৰ ৰখিয়া একজন আছিল, সি বাপেকৰ কেতবিলাক মেৰ বেচি ধন পাই কোনো কোনো ডকাইতক লৈ, ক্ৰমে আফগান দেশৰ ৰজাক জিনি তেঁওৰ দেস কাঢ়ি ললে। পাচে ১৭৩৬ সঁকত পাৰ্চি দেশৰ ৰজাৰ বাৰ লৈ নাদিৰ স্যা নামেৰে সিংহাসনত উঠিল। পাচে দিল্লি নগৰত থকা মহমদ স্যা বাদস্যাই সৈতে ৰন কৰিবলৈ আহি ১৭৩৯ সঁকত মহমদক বন্দিয়াৰ কৰি দিল্লি নগৰক ললে। পাচে এদিনত নগৰৰ মানুহে নাদিৰ স্যাৰ সেনাই সৈতে দন্দ লাগি অনেক সেনাক মাৰিলে। নাদিৰ স্যাই তাকে দেখি খঙ উঠি ৰাতিপুৱাত নগৰৰ মানুহক মাৰিবলৈ আগ্যা কৰিলে। দুই ৰজাত মতা, মাইকি, লৰাই তিৰোতে ১,০০,০০০ এক লাখ মানুহক বধ কৰা হল। সেসত মহমদ স্যা ৰজাই কান্দি কান্দি কাকুতি কৰাত নাদিৰে নগৰক খেমা কৰি বধ কৰাৰ কৰম বন। পাচে সেনাবিলাকে নগৰৰ দুৱাৰ সকল মাৰি বস্তু লুট কৰিব ধৰিলে। তেতিয়া সকলো মানুহ খোৱা বস্তু নে পাই মৰিব লগা হৈছিল। সেসত টকি নামে একজন দুৱাৰী ৰজাৰ আগত এটা ভাৱনাৰ কথা দেখাই ৰজাৰ সন্তোস কৰাত ৰজাই তাঁক কলে, তোৰ যি ইচা তাক দিম। তেতিয়া টকিএ বোলে, দুখিয়াবোৰ যেন ন মৰে, নগৰ দুৱাৰ মেলিবলৈ আগ্যা দিওক। তাতে নাদিৰে নগৰৰ দুৱাৰ মেলিব দিলে। অলপ দিনৰ পাচে নাদিৰে সেই নগৰ এৰি আপোনাৰ দেসলৈ গল।

## মহা কবি কালিদাসৰ জিৱন ব্রিতান্ত।

**Life and Writings of the Poet Kalidas.**

ভাৰত ৱৰিসত জিমান কবিএ কাব্য লিখিচে, সেই সকলোৰে মাজত কালিদাস প্রধান। কিন্তু এই দেসৰ অন্য অন্য ৰজা আৰু পণ্ডিত সকলৰ নিচিনা এওঁৰো জনমৰ ব্রিতান্ত বিসয়ে ইমানহে অদ্ভুত কথা আচে, জে তাৰ পৰা ৰূপ বিবৰন উধাৰ কৰি লোআ অতি কঠিন। তথাপি আমি তাৰে পৰা কিঞ্চিত বিবৰন সংগ্রহ কৰি লিখিলো। এই মহা কবি কোন সময়ত, কোন ৰজাৰ দিনত, কোন দেসত জনমিল, তাক আমি কব নোআৰোঁ। কিন্তু এই এক কথা প্রচাৰ আচে, কালিদাস উজয়নি নগৰৰ বিক্রমাদিত্য ৰজাৰ এক জন ৰত্ন, অর্থাত নৱৰত্ন নামে সভা পণ্ডিতবিলাকৰ মাজৰ এজন পণ্ডিত আচিল। খ্রিষ্ট জনমিবৰ প্রাই ৫০ বচৰ পূর্বে সেই বিক্রমাদিত্য ৰজা আচিল, এতেকে আমি জানিচোঁ, মহা কবিও সেই সময়তে আচিল, আৰু সেই ৰজাৰ আস্রই আৰু উচাহৰ বলতে তেঁও নানা বিধ উত্তম উত্তম পুথি লিখি দেসৰ আৰু লোকৰ উপকাৰ কৰিলে। মহা কবি কি জাতি আচিল, তাৰো নিৰুপন নাই। কোনোএ কই, তেঁও খেত্রিয় আচিল, আৰু বিক্রমাদিত্যৰ জিএকক বিয়া কৰাইচিল। কোনোএ কই, তেঁও বামুন আচিল, আৰু আগৰ কালৰ ৰিতি অনুসাৰে খেত্রিয় ৰজাৰ কন্যা বিয়া কৰাইচিল। কিন্তু তলত আমি জি বিবৰন লিখিচোঁ, তাৰ পৰা বিচাই জনা জাই, জে তেঁও বামুন আচিল; বামুনৰ চোআলি বিয়া কৰাইচিল। আৰু আগৰ কালৰ তিৰোতাবিলাকেও সুন্দৰ ৰূপে বিদ্যা সিকিচিল। এতিয়া আমি তেঁওৰ জনম বিবৰন এৰি মুঠে বিদ্যা সিকাৰ বিসই জি কথা প্রচাৰ আচে, তাকেহে লিখোঁ।

সাৰদানন্দ নামে ৰাজ গুৰুৰ বিদ্যোত্তমা নামে এটি অতি ৰূপৱতি আৰু পণ্ডিতা চোআলি আচিল। তেঁও আপোনাৰ বিদ্যাৰ বলত এই প্রতিগ্যা কৰিলে, জেয়ে বিচাৰত মোক জুটিআৰ পাৰিব, সিহে মোক বিয়া কৰাৰ পাৰিব। এই প্রতিগ্যা মু[illegible] তেঁ[illegible] সৈতে বিচাৰ কৰিবলৈ গল কিন্তু কোনেও তেঁওক পৰাস্ত [illegible] পণ্ডিতবিলাকে আপোনাৰ মান ৰাখিবৰ নিমিত্তে এই বুধি থিৰ কৰিলে, জে সেই কন্যাৰ এটা মূর্খৰ সৈতে বিয়া হওক, আৰু তেনে হলে তেঁওৰ গর্ব খর্ব হব। তেঁওবিলাকৰে কেই জন মান, মূর্খ বিচাৰিবলৈ গল। গৈ গৈ এখন হাবিত এটা বামুনে গচৰ ডালত উঠি গুৰিত কটা দেখিলে, আৰু সেই ভয়ানক কৰ্ম্ম কৰাত তাৰ জি বিপদ হব পাৰে, তাক তেঁওবিলাকে কোআত সি কানকে নি দিলে। পণ্ডিতবিলাকে সেই মহা মূর্খ কালিদাসৰে দোআৰাই তেঁওবিলাকৰ প্রতিগ্যা পূৰাব পাৰিম হেন বুলি, তাক গচৰ পৰা নমাই বিয়া দিও বুলি লৈ আহিল। আৰু তাৰ আগত কলে, আমি তোমাক আমাৰ গুৰু বুলি এক কন্যাৰ ওচৰলৈ লৈ জাম, তুমি তাত একো নে মাতিবা, আৰু এনে হলেই তোমাৰ বিয়া হব। কালিদাসে তেঁওবিলাকৰ কথাত মান্তি হলত তেঁওবিলাকে তেঁওক কন্যাৰ তলৈ লৈ গল, আৰু তেঁওবিলাকৰ গুৰু বুলি পৰিচই দিলে। কন্যাই পেটে সমনিতে তেঁৱে সৈতে বিচাৰ কৰিবলৈ ভই কৰিচিল, কিন্তু প্রতিগ্যা পালিবৰ জন্যে ন কৰাকৈ থাকিব নোআৰি সভাৰ মাজলৈ আহিল। পাচে কন্যাই একে জনা ইস্বৰ আচে বুলি, এটা আঙ্গুলি কালিদাসক দেখুআলে; কিন্তু তেঁও মনত ভাবিলে, কন্যাই মোৰ চকু এটা কাৰ্হিব খুইচে, এতেকে মই দুটা আঙ্গুলি দেখুআও। এই বুলি দুটা আঙ্গুলি দেখুআলত তেঁওৰ সগৰ বাহু পণ্ডিতে বৰ প্রসংসা কৰি কলে, কন্যাই একে জনা ইস্বৰ আচে বুলি এটা আঙ্গুলি দেখুআলে, কিন্তু কালিদাসে নানা সাস্ত্র পৰ্হি পুৰুস প্রক্রিতি দুই থকা জানি দুটা আঙ্গুলি দেখুআলে। পাচে কন্যাই ভাবি সেই কথা সত্য হেন জানি কেইবা বাৰো আঙ্গুলিৰে সঙ্কেতকৈ সুধিলে, কিন্তু কালিদাসে জি কৰে সেই গোনেই পণ্ডিতবিলাকে গোনাই নিয়াত,

শেষত কন্যা ঘাটিল । পাচে কন্যাই তেঁওক আপোনাতকৈ সঙ্কেত বিচাৰতে পাৰ্গত জেন জানি মুখেৰে বিচাৰ ন কৰি মালা দিলে । আৰু পণ্ডিতবিলাকে আপোনাৰ প্ৰতিগ্যা সিধি হোৱা দেখি ঘৰে ঘৰে গল । কালিদাস ৰাতি শয়নৰ ঘৰলৈ গলত দেৱাত এটা উটে মাত লগালে । পাচে কন্যাই "সেইটো কিহে মাতিলে" বুলি সোধাত, কালিদাসে "উষ্টু" বুলি এবেলি "উষ্ট," আৰু ~~এবেলি~~ বেলি সোধাত "উটু" বুলিলে । কন্যাই এই কথাত কালিদাসক মূৰ্খ হেন জানি আপোনাৰ বাসনাক ধিকাৰ দি এই শ্লোক মাতিলে ।

> কিং ন কৰোতি বিধিৰ্যদি ৰুষ্টঃ
> কিং ন কৰোতি সয়ে বহি তুষ্টঃ ।
> উষ্ট্ৰে লুম্পতি ৰম্বা ষম্বা
> তস্মৈ দত্তা বিপুল নিতম্বা ।

অৰ্থাত বিধাতা ৰুষ্ট হলেই বা কি ন কৰে, আৰু তুষ্ট হলেই বা কি ন কৰে, দেখা! জি মানুহে "উষ্টু" বোলাতেই এবেলি ৰকাৰ আৰু এবেলি ষকাৰ লোপ কৰিলে সেয়ে সৈতেহে মোৰ নিচিনা পণ্ডিতাৰ বিয়া হল!

কালিদাসে মনত বৰ বিৰকতি পাই হাবিলৈ গল । পাচে সৰস্বতি গোসানিৰ বৰ পাই বিদগ্ধ পণ্ডিত হৈ আপোনাৰ ঘৰলৈ আহিল । বিক্ৰমাদিত্য ৰজাই তেঁওৰ বিদ্যাৰ প্ৰভাও সুনি আপোনাৰ এজন সভা পণ্ডিত পাতিলে । পাচে সকুন্তলা নাটক, মেঘদুত, নলোদই, কুমাৰ সম্ভৱ, ৰঘুবংস প্ৰভ্ৰিতি পুথি ৰচনা কৰি পৰিশেষত ম্ৰিত্যু গল । বিদ্যা সিকাৰ নিচিনা ম্ৰিত্যু বিসয়েও অনেক অদ্ভুত কথা চলিত আছে । কোনোএ কই, কালিদাস মৰি সিৱ হল, কোনোএ কই, কালিদাস বেস্যাৰ ঘৰত কিবা ৰূপে অপঘাত ম্ৰিত্যু হল । কিন্তু এই সকল কথা জে কিমান দূৰৈ পৰ্জন্ত সঁচা আমি তাৰ ঠিক-না কৰিব নোৱাৰিলোঁ । পাঠক সকলে বিবেচনা কৰি চাওক, আমি আৰু কি কম?

কালিদাস জে প্ৰথম অৱস্থাত বিদ্বান নাছিল, ইয়াক আমি মানোঁ । কিন্তু তেঁও আপোনাৰ তিৰোতা অথবা অন্য কোনো কাৰনত বেজাৰ পাই বিদেসলৈ গৈ বৰ পৰিস্ৰম কৰি বিদ্যা সিকিলে, আৰু মানুহবিলাকে তেঁওৰ অসাধাৰন কবিতা সক্তি দেখিহে অনেক আচৰ্জ কথা উলিয়া । জি হওক, তেঁওৰ নিচিনা কবি ভাৰত ৰ্বিসত হোৱাও নাই আৰু ন হবও । জেতিয়াৰ জি ভাৱ, তাক স্বৰূপকৈ লিখিও এনেহে উত্তমকৈ পুথি ৰচনা কৰিলে, জে পঢ়া সকলে তাক পঢ়াত বৰ আনন্দ পাই । আৰু জিমান পঢ়ে, তিমান অধিকহে ৰস পাই । কালিদাসৰ দৰে অসাধাৰন কবিতা সক্তি লৈ অলপ মানুহহে জনমিছিল । কোনো এজন ইউৰপস পণ্ডিতে কৈছে, "কালিদাসে জেনে উত্তমকৈ পুথি লিখিলে, তাতকৈ উত্তম লিখিবৰ মানুহৰ সক্তি নাই ।" সেই পৰ্জন্তেই মানুহৰ সক্তিৰ সিমা । অস! তেঁও কি উত্তমকৈ তিৰোতা আৰু পুৰুসৰ মিলন, বিৰহ প্ৰভ্ৰিতি আৰু সন্ধ্যা আৰু ৰাতি পুৱাৰ প্ৰিথিবিৰ সোভা, বন, উপবন, নদি প্ৰভ্ৰিতি বৰ্নাইছে! এই সকল বৰ্ননা পঢ়িলে মন একে বেলিএ ত্ৰিপ্তি হই । আমি এজন মূৰ্খে কালিদাসৰ গুন কিমান কম? পঢ়া সকলে অনেকেই তাক জানে । কৰ্নাট দেসৰ ৰজা আৰু ভোজ দেসৰ ৰজা প্ৰভ্ৰিতিএ সৈতে তেঁওৰ সাক্ষাত হোৱা কথা অনেকে জানে, আৰু আমি এই সৰু কাকতত তাক লিখা বাহুল্য, এতেকে তাক এৰি মুঠে তেঁও কৰা পুথি খন চাৰেকৰ কথা অলপ কওঁ ।

অভিগ্যান সকুন্তলা নাটক । এই নাটক খনি কালিদাসে কৰা । ইয়াৰ আদি অৱধি অন্ত পৰ্জন্ত সকলো ঠাইতে সুন্দৰ । এই নাটক সাত অংসেৰে ভাগ হৈছে । দুস্মন্ত নামে এজন সূৰ্জ বংসি ৰজাই এক মুনিৰ সকুন্তলা নামে কন্যাক পহু মাৰিবলৈ জাঁওতে হাবিত বিয়া কৰালে । পাচে ৰজা ঘৰলৈ উলটি আহিলত সেই বিয়াৰ কথা পাহৰিলে । এখেত সকুন্তলাৰ গৰ্ভ হল । মুনিএ তেঁওক ৰজাৰ তলৈ পঠিয়াই দিয়াত ৰজাই পোনেই বিয়া কৰোৱা কথা অস্বিকাৰ কৰিলে । পাচে কোনো প্ৰমান পাই সকুন্তলাক ঘৰলৈ আনিলে । কালিদাসৰ

অভিগ্যান সকুন্তল অতি উত্তম পুথি। কালিদাসে এই পুথি খনিৰ ওপৰত ইয়াক লিখিচে, "কালিদাসখ সৰ্ব্বৰ অভিগ্যান সকুন্তল," অৰ্থাত অভিগ্যান সকুন্তল নাটকেই কালিদাসৰ ধন সম্পত্তি। অকল এই দেসৰ লোক সকলেই এই পুথিক ভাল বোলে এনে ন হই, বিদেসি লোকেও বোলে। জৰ্মানি দেসৰ গোটি চাহাবে সকুন্তলা নাটকৰ চেৰ উলিয়ম জোন্স চাহাবে কৰা তৰ্জমাৰ তৰ্জমা পঢ়িও বৰ প্ৰসংসা কৰিচে; এতেকে জি আচল মূল খন পঢ়িব, সিনো ন কৰিব নে? অৱস্যে কৰিব।

বিক্ৰমোৰ্ব্বসি নাটক। এই নাটক পাঁচ অংসেৰে বিভক্ত। এই পুথি সকুন্তলাৰ নিচিনা উত্তম ন হই। কিন্তু চতুৰ্থ অংসত জি উৰ্ব্বসিৰ বিৰহ বৰ্ননা আচে, সি অতি মনোহৰ। মালবিকাগ্নি মিত্ৰ মালবিকা আৰু অগ্নি মিত্ৰ ৰজাৰ উপাখ্যান ইয়াত আচে। ইয়াৰ ৰচনা ওপৰত কোআ পুথিৰ দৰে ন হই। বোধ হই, কালিদাসে প্ৰথমে এই নাটক ৰচিচিল।

নলোদই, এই কাব্য কালিদাসে কৰা। ইয়াত নল দময়ন্তিৰ কথা আচে। আৰু ই জমক অলঙ্কাৰেৰে কৰা হৈচে। ঘট কৰ্পৰ নামে নৱৰত্নৰ এজন পণ্ডিতে জমক অলঙ্কাৰেৰে ২২ টা শ্লোক ৰচনা কৰি এনে প্ৰতিগ্যা কৰিলে, "জি ইয়াতকৈ উত্তম ৰূপে জমক কাব্য ৰচিব, তাৰ মই কলহৰ তলেৰে পানি আনিম।" বোধ কৰোঁ, কালিদাসে এই গৰ্ব্ব খৰ্ব্ব কৰিবৰ কাৰনেহে এই খন পুথি ৰচিলে। কালিদাসে কথাৰ প্ৰতি দ্ৰিষ্টি ৰখাত এই পুথিৰ ভাব বৰ উত্তম ন হল।

ৰিতু সংহাৰ। এই কাব্যত গ্ৰিস্ম, বৰ্সা, বসন্ত, প্ৰভৃতি ৬ টা ৰিতু বৰ্ননা হৈচে। তাৰ জি স্বভাও তাক বৰ্ননা কৰাই কবিৰ প্ৰধান গুন। আৰু এই গুনটি এই পুথিত বিসেস ৰূপে আচে। আনতকৈও গ্ৰিস্ম ৰিতুৰ বৰ্ননাহে অতি মনোহৰ।

মেঘদূত। সংস্ক্ৰিত ভাসাত জিমান সৰু কাব্য আচে, আটাইতকৈ মেঘদূত প্ৰধান। ইয়াত এস অঠেৰেটা শ্লোক আচে। কুবেৰৰ লগুআ এই জনে আপোনাৰ কৰিব লগিয়া কাজ ন কৰাত ধাকি কুবেৰে তাক অকলে এবচৰ ৰামগিৰি পৰ্ব্বতত থাকিবলৈ আগ্যা কৰিলে। পাচে আঠ মাহৰ মুৰত বাৰিসা হলত আপোনাৰ তিৰোতালৈ মনত পৰি বলিয়াৰ নিচিনা হৈ নকৈ ওলোআ মেঘকে মানুহ জেন ভাবি আপোনাৰ তিৰোতাৰ তলৈ সমাচাৰ লৈ জাবলৈ প্ৰাৰ্থনা কৰিলে। আৰু ৰামগিৰি পৰ্ব্বতৰ পৰা তাৰ ঘৰলৈকে বাটৰ কথা কৈ দিলে। কালিদাসে এই কাব্যত পৰ্ব্বত, বন, উপবন, দেৱালই, নগৰ, জন্তুৰ আলই প্ৰভৃতি অতি বিতোপনকৈ বৰ্ননা কৰিচে। এই কাব্য এনেহে মনোহৰ, জে কালিদাসে আন কোনো ন কৰি কেৱল ইয়াকে জদি ৰচিলেহৈতেন, তথাপি আমি তেঁওক মহা কবি বুলিলোঁহৈতেন।

ৰঘুবংস। সংস্ক্ৰিত ভাসাত জিমান মহা কাব্য আচে, আটাইতকৈ ৰঘুবংস উত্তক্ৰিষ্ট। কোনো দেৱতা, বা উত্তম কুলত জনম হোআ কোনো খেত্ৰিয়ৰ, কিম্বা একে বংসৰে নবহু ৰজাৰ উপাখ্যান লৈ জি কাব্য ৰচিত হই, তাকে মহা কাব্য বোলে। কালিদাস কিমান কবিতা সক্তি লৈ জনমিচিল, তাক কব নোআৰি। তেঁও আটাইতকৈ উত্তম মহা কাব্য, আটাইতকৈ উত্তম খণ্ড কাব্য আৰু আটাইতকৈ উত্তম নাটক ৰচনা কৰি গৈচে। বোধ হই, কোনো দেসৰ কোনো কবি আমাৰ কালিদাসৰ নিচিনা সকলো বিধ ৰচনা উত্তমকৈ কৰিব পৰা সক্তি পোআ নাচিল। কালিদাসৰ উপমা অতি মনোহৰ। তেঁও সংখেপতে আৰু আটাই জনা বস্তু লৈ এনেহে উপমা কৰি গৈচে, জে তাৰ উপমাই নাই। কালিদাসৰ ইমান কবিতা সক্তি থকাতো মুঠে অহঙ্কাৰ নাচিল। তেঁও ৰঘু বংসৰ আদিতে লিখিচে, "জেনে বাউনাই দিঘল মানুহে চুকি নো পোআ ফল পাবৰ নিমিত্তে হাত মেলি উপহাস কৰে, সেই ৰূপ ময়ো কবিৰ কিৰ্ত্তি পাবলৈ অভিলাস কৰিচোঁ। উপহাস পাম ৰঘু-

বংস ১৯ সৰ্গত বিভক্ত । ইয়াত সুৰ্জ্জ বংসৰ ৰজা কেই জন মানৱ চৰিত্ৰ বৰ্ন্নণা কৰা হৈছে । প্ৰথম আঠ সৰ্গত দিলিপ, ৰঘু, অজ, এই তিনি ৰজাৰ বৰ্ন্নণা আছে । নৱমৰ পৰা পোন্ধৰ সৰ্গলৈকে দসৰথ আৰু ৰাম ৰজাৰ চৰিত্ৰ । বাকি কেই সৰ্গত লৱ কুসৰ পৰা অগ্নিবৰ্ন্ন পৰ্জ্জন্ত ৰামৰ উত্তৰাধিকাৰিবিলাকৰ ব্ৰিত্তান্ত বৰ্ন্নণা আছে । ইয়াৰ জি তোথৰ পঢ়োঁ, সেই তোথৰেই কালিদাসৰ অসাধাৰন কবিতা সক্তিৰ প্ৰমান দিছে ।

কুমাৰ সম্ভও । কালিদাসৰ দুতিয় মহা কাব্য কুমাৰ-সম্ভও । কুমাৰ সম্ভৱো ৰঘুবংসৰ নিচিনা সকলো অংসতে উত্তম । এই মহা কাব্যৰ স্থূল কথা এই, তাৰক নামে এক অসুৰে ব্ৰহ্মাৰ বৰত দেৱতা সকলক আপোন আপোন অধিকাৰৰ পৰা খেদোআত ব্ৰহ্মাই দেৱতা সকলক এই বুলি আস্বাস দিলে, পাৰ্বত্তিৰ গৰ্ভত সিৱৰ জি পুত্ৰ হব, সেই এই অসুৰক মাৰিব । পাছে দেৱতা সকলে উদ্যোগ কৰি মহাদেৱৰ বিয়া দিয়াত কাৰ্ত্তিকৰ জনম হই । কাৰ্ত্তিকে সেই অসুৰক মাৰিলে । এই কাব্যত সত্তৰ সৰ্গ আছে । তাৰ প্ৰথম অবধি সাত সৰ্গহে পোআ জাই । বাকি ১০ সৰ্গ পোআ নে জাই । কালিদাসৰ ইমান কবিতা সক্তি থকাতো এই দহ সৰ্গ অপ্ৰচলিত হল । আমাৰ মনে হলে তাৰ কাৰন এই হব পাৰে, সেই কেই সৰ্গত হৰ গৌৰিৰ বিহাৰাদি বৰ্ন্নণা থকাত লোক সকলে, জগতৰ পিতা আৰু জগতৰ মাতা সিৱ দুৰ্গাৰ বিহাৰৰ নিচিনা কথা সুনিব নুখুজি সেই দহ সৰ্গৰ অনুসিলন একে বেলিএ নোহোআ কৰিলে । এই পুথিৰ সেস ভাগ অন্য কোনো লোকে ৰচনা কৰিছিল । কিন্তু কালিদাসৰ ওপৰত সাত সৰ্গ আৰু ইজন পণ্ডিতৰ সেসাংস পাঠ কৰিলে, ইয়াক নিচই জনা জাব, জে এই সেস ভাগ লোপ পোআ হেন ভাবি-হে বঙ্গালি দেসৰ কোনো পণ্ডিতে ৰচিলে । কুমাৰ সম্ভৱ আৰু সিৱ পুৰান দুইতো প্ৰাই একে কথাই আছে । কিন্তু দুই এক স্লোকো দুই পুথিৰ একে সমান । তাৰে এটি লিখোঁ ।

তদিচ্ছামি বিভো স্ৰষ্টুং সেনান্যং তস্য সান্তয়ে ।
কৰ্ম্মবন্ধচ্ছিদং ধৰ্ম্মং ভৱস্যেৱ মুমুক্ষৱ ।
যদ্যোপি বিজিগ্ৰৎ ভূমিং দম্ভেনা হৰি ভত্ত্বিষা ।
বিষ বৃক্ষোপি সংবৰ্দ্ধ্য স্বয়ংচ্ছেত্তু মসাম্প্ৰতম্ ।
সিৱপুৰান ১৪ আধ্যাই কুমাৰ সম্ভৱ ২ সৰ্গ ।

কালিদাস ইমান পণ্ডিত হই, জে সিৱ পুৰানৰ স্লোক আপোন পুথিত দিছে, এনে সম্ভও ন হব । এই স্লোক আৰু কালিদাসৰ অন্য স্লোকৰ ৰচনা প্ৰাই মিলে । সিৱ পুৰানৰ ৰচনা তেনে ন হই । সিৱ পুৰান কুমাৰ সম্ভৱতকৈ প্ৰাচিন হই, নে ন হই ইয়াত ৰৰ সংসই আছে । সকলো পুৰান ব্যাস মুনিৰ ৰচনা বুলি প্ৰসিধ আছে । কিন্তু সিবিলাকৰ পৰস্পৰ ৰচনা ইমানহে প্ৰিথক, জে একে জন মানুহে লিখা বুলিব পৰা নে জাই । অন্য কি? একে পুৰানৰে ৰচনা অকল একেটাৰ বুলিব নোৱাৰি । সিৱ পুৰাম কুমাৰ সম্ভৱতকৈ প্ৰাচিন ন হই । আৰু বিষ্ণু পুৰানহে সকলোতকৈ পুৰনি । বিক্ৰমাদিত্যৰ সময়ৰ পাছেহে সিৱ পুৰান ৰচনা হৈছে । জোগ বাসিষ্ঠ নামে এখনি পুথিতো কুমাৰ সম্ভৱৰ এটি স্লোক অবিকল পোআ জাই । সেই স্লোকটি এই ।

আকাস ভৰা সৰস্বতী, শৰ্ব্বাং হৃদ্ৰেসোষ
হিঙ্গুলাং প্ৰথমা সৃষ্টিৰিৰা নুকম্পায়ৎ ।

কুমাৰ সম্ভৱ চতুৰ্থ সৰ্গ । জোগ বাসিষ্ঠ ১২৩ পৃষ্টা ।

কেতবিলাক তন্ত্ৰও অতি আধুনিক । কোনো তন্ত্ৰ ইমান সময়ত কৰা হৈছে জে তাত লণ্ডন নগৰ, ইংৰাজ জাতিৰো উলেখ পোআ জাই, তলৰ স্লোকটি পঢ়িলে পঢ়ুৱা সকলে তন্ত্ৰক পুৰনি বুলিব নোআৰিব । জোগ বাসিষ্টএ অধিকাম্ভৰ তন্ত্ৰ জে সিৱ অথবা কোনো ৰিসিএ কৰা ন হই, আৰু এতিয়াৰ কালৰ কোনো লোকে কৰা, ইয়াত অনেকে সংসই ন কৰে । মেৰু তন্ত্ৰৰ ২৩ প্ৰকাসৰ তলত লিখা স্লোক-

টিত লণ্ডন নগৰ আৰু ইংৰাজ জাতিৰ উলেখ আছে ।

পূৰ্ব্বাম্লায়ে নব লক্ষং ৰত্নদৌত্তিঃ প্ৰকীৰ্ত্তিতাঃ ।
কিৰদ ভাৰৱা ভক্ৰা স্তেৰাং নলবিনাতুবি ।
অধিপা মত্ৰ পাদাক সংগ্ৰামেৰ পৰাজিতাঃ ।
ইংৰেজা নব ষট্ পঞ্চ লক্ষমাজ্ঞাপি ভাবিনঃ ।

কিন্তু আমি অদুৰ দৰ্শি, এতেকে এই সকল কথাত অভিমত দিব নোআৰোঁ, পৰ্হী সকলে পক্ষপাত ন কৰাকৈ ভাবি চালেই জানিব পাৰিব ।

কালিদাসৰ তুল্য কবি আৰু তেঁওৰ কাব্য তুল্য কাব্য ভাৰত বৰিসত্ত দেখা নে যাই । কিন্তু কি লোকৰ কথা! সেই হেন পুথি থকাতো আমাৰ দেসিবিলাকে ন পৰ্হে । অন্য অধিক কি কম! ইয়াত জি সকল পুথিৰ নাম কৰা গল, তাৰ অধিকাংসইৰ কথা আমাৰ দেসৰ অনেক লোকে নে জানে । আমাৰ দেসৰ লোক সকলে নো কিমান দিন সংস্ক্ৰিত বিদ্যাক অনাদৰ কৰিব খুইছে, আমি কব নোআৰোঁ । এতিয়া তেঁওবিলাকে জি বিদ্যা সিকিছে, তাতে জেতিয়া সংস্ক্ৰিত বিদ্যা প্ৰসংসা দেখিব, তেতিয়াহে জানিব । প.



The Chlamyphorus, or Pichiciago.

চিলি দেসৰ এই সৰু জন্তু খেলেমিকৰ অৰ্থাত আধৰ পিন্ধা বোলে । উত্তমুআৰ নিচিনা মাটিত গাত খান্দি তাতে থাকে ।

## য়িহুদা আদি বিদেসৰ ৰূপ ।

তলত য়িহুদা দেসৰ ৰূপৰ ইকালে লিখিছে, স্যেকল য়িস্ৰাএল, অৰ্থাত ইস্ৰাএলৰ ৰূপ । আৰু মমাৰ পাত্ৰ ওপৰে স্যন, অৰ্থাত ২, কাবন মাকবি ৰজাৰ দুতিয় বচৰত মৰা হৈছিল সি কালে, য়িৰুচালিম হা কদস্যাহ, অৰ্থাত



Hebrew Shekel enlarged. B. C. 125.

পবিত্ৰ য়িৰুচালম নগৰ । মাজতে গাজ মেলা হাৰোনৰ লাখুটি আছে ।



Rupee of Bikanir, A. D. 1814.

এই ৰূপৰ আখৰ পৰ্হিব নোআৰোঁ, কিন্তু বিকানিৰ ৰজাৰ ৰূপ । বাজ তোগৰ সঁক লিখিছে ৩১ । আন সঁক ১২২১ ।



Copper Coin of Bikanir.

এই পইচাৰ আখৰো পৰ্হিব নোআৰোঁ । বিকানিৰ পইচা বুলি কই । ই কালে লিখিছে, মালুচ মইমনত জলুচ ।



Manipuri Rupee, struck A. D. 1767.

শ্ৰী শ্ৰী জয়সিংহ মনিপুৰেস্বৰে শ্ৰী প্ৰমাৱতি পদা। বৈসাখ সুধি তেৰ থৰদ ৭ সংবৰ ১৬৮৯ । অৰ্থাত শ্ৰী শ্ৰী জয়সিংহ মনিপুৰৰ মহা ৰজা ৰহাগৰ সুক্ল পক্ষ ৭ সন ১৬৮৯; ইং ১৭৬৭ ।

[illegible]

The [illegible] Drovatere

[illegible] ৰোগ

ৰ[illegible], আৰু ড[illegible] [illegible] নো পো-আত অনেক মানুহ মৰে; বিসেসকৈ কানিয়া মানুহৰ সেই ৰোগ হলে প্ৰাই ক্ৰিয়া টান । আৰু এই বচৰৰ ভিতৰত সিৱসাগৰ জিলাত সম্প্ৰুতি অনেক মানুহৰ সেই ৰোগ হৈ দুখ পাইচে; কোনো কোনো দৰৱ খাই পলমে ভাল হৈচে আৰু হব, কোনো কোনো মানুহৰ ভাল ন হই, লাহে লাহে সেই ৰোগে মাৰিবৰো উপাই কৰিচে ।

এই ৰোগ হলে মানুহে ইংৰাজি তক্কৰ বা অচমিয়া বেজ বৰুআ সকলৰ গুৰিলৈ নে জাই, কেৱল আপোনাৰ মনেৰে গুন নি দিয়া কিবা দৰৱ খাই, দুখ পাই থাকে, আৰু জমৰো আ-লই ৰহাই; এই কাৰনে আমি সাধাৰন মানু-হক জনাইচোঁ, জে সিবিলাকৰ এতিয়া পেট কামুৰি কামুৰি তেজ সাঁও পৰি থাকে, তাৰ পৰা সিদ্ধে মৰিবৰ ভই নাই, কিন্তু কিচু দি-নৰ পাচত ৰোগে পিৰি ললে চাবলৈ বৰ টান হব; এতেকে প্ৰথমতে অলপ দৰৱ খাই সিদ্ধে ভাল হব লাগে, আৰু জোআ কাতি মাহৰ ভি-তৰত মোৰ সেই ৰুপে হোআত জি ৰুপে ভাল হল, তাক তলত লিখিলোঁ। সেই ৰুপে প্ৰথম ৰোগত এই ৰুপে বেবহাৰ কৰা ভাল । প্ৰাই নতুন বেমাৰি মানুহৰ সেই দৰৱেৰে ভাল হব, জদি কোনো জনৰ তাৰে ভাল ন হই, ইংৰা-জি বা অচমিয়া বেজ বৰুআ সকলৰ পৰা দৰৱ আনি খাই সিদ্ধে ভাল হবৰ জতন কৰাইক, সেয়ে ন হলে ক্ৰমে টান হব ।

পেট কামুৰি কামুৰি অলপ অলপ দিনটত কেইবা বাৰো সৌচ কৰিব লাগে, আৰু তেজ সাঁও পৰি থাকে, তলপেট তৰ আৰু গ্ৰহনি নামে জি নাৰি আচে সি বিলাই থাকিলে, এই দৰৱ খাব লাগে ।

১ । জুলাপ লব লাগে ।

২ । মাটি গাদুৰি আৰু চাদিৰি তৈয়া পা-[illegible] দি তাৰ ৰস উলিয়া[illegible] ৪।৫ টকা গ[illegible] পুআ পি খাব লাগে ।

৩ । [illegible] কন[illegible] [illegible] [illegible] কুটজ গচৰ চাল বা গুটি, আৰু সিলিখা, আৰু আদা, এই চাৰি বিধৰ ১।১ টকা গোটাই থুন্দি লৈ আদ সেৰ মান পানি দি এটা চৰুত সি-জাব আৰু সেই পানি টুটি ১০ টকা মান থা-কিলে গধুলি, পুআ, দুপৰিয়া পি খাব লাগে। আৰু দিনৰ জুৰনি নিসা, নিসা সিকোআ জুৰনি দিনত খাবলৈ ভাল ন হই, আৰু ৫ টকাতকৈ তাকৰ, ১০ টকাতকৈ সৰহ নে খাব । আৰু ওপৰত কোআ জুলাপৰ বাহিৰে তিনিও বিধৰ লগত "নাগাৰ্জুনি" নামেৰে দৰৱ খালে বৰ ভাল ।

৪ । কোনো কোনো মানুহে গাখিৰ তপ-তাই তপতে তপতে খাই ।

Sri Purnanond Sorma.

---

## গিয়ানবলি ।

জি জনে লোকৰ তিৰোতাক মাকৰ নিচি-না দেখে, আৰু লোকৰ বস্তুক চপৰা দলিৰ নিচিনা দেখিব, আৰু সকলো প্ৰানিক আপো-নাৰ দৰে মানিব, সেই জনকে পণ্ডিত বোলা জাই ।

আকাসত তৰাবিলাকৰ চান্দ্ৰেই অলঙ্কাৰ, তি-ৰোতাৰ স্বামিএই অলঙ্কাৰ, প্ৰিথিবিৰ ৰজাই অলঙ্কাৰ, কিন্তু বিদ্যা হলে সকলোৰে অলঙ্কাৰ ।

দুৰ্জনে জদি মিঠা কথাকে কই, তেও তাক বিশ্বাস ন কৰিব; কিয়নো তাৰ বিদই বিহৰ তুল্য, মুখ খানিহে সোআদ ।

জি সাপৰ মুৰত মনি থাকে, সি অধিক ভাইল, এতেকে তালৈ মানুহে বৰকৈ ভই কৰে । সেই ৰুপে বিদ্যা থকা দুষ্ট মানুহলৈ আৰু অধিক ভই কৰি তাৰ সঙ্গ পৰিতিয়াগ কৰিব লাগে ।

সাপ আৰু দুষ্ট মানুহ দুয়ো একে । কিন্তু সাপক দৰৱেৰে বস কৰিব পাৰি; কিন্তু দুষ্টক হলে কোনো মতে বস কৰিবৰ সক্তি নাই, এতেকে সাপতকৈও দুৰ্জন মানুহ বেয়া ।

### AGENTS FOR THE ORUNUDOI.

**Subscriptions to the Orunudoi, and payment of all sums due,** will be received by the under-**mentioned individuals,** who will act as Agents for the paper in their respective Districts.

*Sibsagor*, Rev. S. M. Whiting.
*Nowgong*, Rev. M. Bronson.
*Gowahati*, Rev. A. H. Danforth.

---

### অৰুনোদইৰ অৰ্থে ধন পোআ বচিত ।

**Receipts for the Orunudoi.—Sibsagor.**

শ্ৰীযুত বাবু কেসৰাম বৰুআ চিৰস্তাদাৰ, দিবৰুগৰ, ১৮৫৪ ১৲

শ্ৰীযুত বাবু হাৰিৰাম মজুমদাৰ বৰুআ সদৰ আমিন, লখিমপুৰ, ১৮৫৫ ১৲

শ্ৰীযুত কেশিৰাম বৰুআ পেস্কাৰ, লখিমপুৰ, ১৮৫৫ ১৲

শ্ৰীযুত জিউৰাম সৰ্মা পেস্কাৰ, লখিমপুৰ, ১৮৫৫ ১৲

শ্ৰী সেখ পঞ্জুম আলি ওৰফে পদেৰৰ মহৰিৰ, লখিমপুৰ, ১৮৫৫ ১৲

শ্ৰীযুত জগতৰাম দাৰোগা, লখিমপুৰ, ১৲

শ্ৰী বকতমল আচোআল, জোৰহাট, ১৲

শ্ৰীযুত চন্দ্ৰহাস গোহাঁই দেও, জুন মাহলৈ ১৮৫৫ ১৲

শ্ৰীযুত কণ্ঠবাপা ডেকা ফুকন, জুন মাহলৈ ১৮৫৫ ১৲

শ্ৰীযুত মনি সৰ্মা গজিয়া বৰুআ, চই মাহ ১৮৫৪ ।।

শ্ৰীযুত ভুধৰ ফুকন মৌজাদাৰ, জুন মাহলৈ ১৮৫৫ ১৲

শ্ৰীযুত বাবু ৰামকানাই, ১৮৫৪ ১৲

শ্ৰী নিধি লিগাই কাবোএল, ১৮৫৪ ১৲

শ্ৰী চিকা মাল, ১৮৫৪ ১৲

**for the Orunudoi.—Nowgong.**

Lieut. H. S. Bivar, to close of 1854, 15 Rs.
T. Murray, Esq. 1855 1 R.
Rev. I. J. Stoddard, 1855 1 R.
শ্ৰী বাপুৰাম ডেকা, ১৮৫৪ ১৲
শ্ৰী জনাৰ্দন ভূঞা পেস্কাৰ, ১৮৫৪ ১৲

### জানুআৰি, অৰ্থাত মাঘৰ পঞ্জিকা ।

**Almanac for January, A. D. 1855. Asam Era, 1776.**

| জানুআৰি | পুহ | বাৰ | তিথি | দিনমান | জানুআৰি | মাঘ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ২ | ১৩ | ১০।২০ | ১৭ | ৪ | ৪ | ২৯ | ১০।৩২ |
| ২ | ১৯ | ৩ | ১৪ | ১০।২০ | ১৮ | ৫ | ৫ | ৩০ | ১০।৩৩ |
| ৩ | ২০ | ৪ | ১৫ | ১০।২১ | ১৯ | ৬ | ৬ | ১ | ১০।৩৫ |
| ৪ | ২১ | ৫ | ১৬ | ১০।২১ | ২০ | ৭ | ৭ | ২ | ১০।৩৬ |
| ৫ | ২২ | ৬ | ১৭ | ১০।২১ | | | | | |
| ৬ | ২৩ | ৭ | ১৮ | ১০।২২ | ২১ | ৮ | ১ | ৩ | ১০।৩৭ |
| | | | | | ২২ | ৯ | ২ | ৫ | ১০।৩৮ |
| ৭ | ২৪ | ১ | ১৯ | ১০।২৩ | ২৩ | ১০ | ৩ | ৬ | ১০।৩৯ |
| ৮ | ২৫ | ২ | ২০ | ১০।২৩ | ২৪ | ১১ | ৪ | ৭ | ১০।৩৯ |
| ৯ | ২৬ | ৩ | ২১ | ১০।২৪ | ২৫ | ১২ | ৫ | ৮ | ১০।৪০ |
| ১০ | ২৭ | ৪ | ২২ | ১০।২৫ | ২৬ | ১৩ | ৬ | ৯ | ১০।৪১ |
| ১১ | ২৮ | ৫ | ২৩ | ১০।২৬ | ২৭ | ১৪ | ৭ | ১০ | ১০।৪২ |
| ১২ | ২৯ | ৬ | ২৪ | ১০।২৭ | | | | | |
| ১৩ | ৩০ | ৭ | ২৫ | ১০।২৮ | ২৮ | ১৫ | ১ | ১১ | ১০।৪৪ |
| | | | | | ২৯ | ১৬ | ২ | ১২ | ১০।৪৫ |
| ১৪ | ১ | ১ | ২৬ | ১০।২৯ | ৩০ | ১৭ | ৩ | ১৩ | ১০।৪৬ |
| ১৫ | ২ | ২ | ২৭ | ১০।৩০ | ৩১ | ১৮ | ৪ | ১৪ | ১০।৪৭ |
| ১৬ | ৩ | ৩ | ২৮ | ১০।৩০ | | | | | |



---

এই অৰুনোদই শিৱসাগৰ নগৰত আমেৰিকান বাপ্তিষ্ট মিসনৰ ছাপাখানাত ছাপা কৰা হৈছে। আগিতে দিলে বছৰত দাম এটকা, বছৰৰ মূৰত দিলে ১॥ টকা।

THE ORUNUDOI,

A MONTHLY MAGAZINE, DEVOTED TO RELIGION, SCIENCE, AND GENERAL INTELLIGENCE.

*Printed and published monthly by* N. Brown, *Editor, at the Sibsagor Baptist Mission Press, for the American Baptist Mission in Asam. Price, one Rupee per annum, in advance, or one and a half at the end of the year.*